# (পুৰণী নিয়ম

THE

# OLD TESTAMENT

IN ASSAMESE )



CALCUTTA:
PUBLISHED BY THE BRITISH AND FOREIGN BIBLE SOCIETY
( CALCUTTA AUXILIARY )
23, CHOWRINGHEE ROAD, CALCUTTA
1923

Royal 8vo ]

# নির্ঘণ্ট।


| পুস্তকর নাম। | পৃষ্ঠা। |
|---|---|
| আদিপুস্তক | ১ |
| যাত্রাপুস্তক | ৬৩ |
| লেবীয়া পুস্তক | ১১৫ |
| গণনাপুস্তক | ১৫৩ |
| দ্বিতীয় বিবরণ | ২০৬ |
| যিহোচূৱা | ২৫৩ |
| বিচারকর্ত্তাবিলাক | ২৮৪ |
| রূথ | ৩১৬ |
| ১ চমূৱেল | ৩২০ |
| ২ চমূৱেল | ৩৬২ |
| ১ রাজাবলি | ৩৯৭ |
| ২ রাজাবলি | ৪৩৭ |
| ১ বংশাবলি | ৪৭৫ |
| ২ বংশাবলি | ৫১১ |
| ইজ্রা। | ৫৫৫ |
| নহিমিয়া | ৫৬৮ |
| ইষ্টের | ৫৮৬ |
| ইয়োব | ৫৯৫ |
| গীতমালা | ৬৩৭ |
| হিতোপদেশ | ৭৪৩ |
| উপদেশক | ৭৭৬ |
| পরমগীত | ৭৮৫ |
| যিচয়া | ৭৯৩ |
| যিরিমিয়া | ৮৫৬ |
| বিলাপ | ৯২৬ |
| যিহিস্কেল | ৯৩৪ |
| দানিয়েল | ৯৯৮ |
| হোচেয়া | ১০১৭ |
| যোৱেল | ১০২৬ |
| আমোচ | ১০৩০ |
| ওবদিয়া | ১০৩৮ |
| যোনা | ১০৩৯ |
| মীখা | ১০৪২ |
| নহুম | ১০৪৭ |
| হবক্কুক | ১০৫০ |
| চফনিয়া | ১০৫৩ |
| হগ্গয় | ১০৫৬ |
| জখরিয়া | ১০৫৮ |
| মলাখী | ১০৬৯ |

# আদিপুস্তক

## অৰ্থাৎ

## মোচিয়ে লিখা প্ৰথম পুস্তক।

### জগতৰ সৃষ্টি

**১** আদিতে ঈশ্বৰে আকাশ-মণ্ডল আৰু পৃথিবী সৃষ্টি কৰিলে। [২] পৃথিবী নিৰ্জন আৰু শূন্য আছিল; আৰু আন্ধাৰ অগাধ জলৰ ওপৰত আছিল; আৰু ঈশ্বৰৰ আত্মাই জলসমূহৰ ওপৰত উমাইছিল। [৩] পাছে ঈশ্বৰে কলে, পোহৰ হওক; তাতে পোহৰ হল। [৪] তেতিয়া ঈশ্বৰে পোহৰক উত্তম দেখি, আন্ধাৰৰ পৰা পোহৰক পৃথক কৰিলে। [৫] পাছে ঈশ্বৰে পোহৰৰ নাম দিন, আৰু আন্ধাৰৰ নাম ৰাতি থলে। গধূলি আৰু পুৱা হলত, প্ৰথম দিন হল।

[৬] পাছে জলসমূহৰ মাজত বিতান হৈ, সেয়ে জলসমূহক দুভাগ কৰি পৃথক কৰোক, [৭] এই বুলি ঈশ্বৰে বিতান নিৰ্ম্মাণ কৰি, বিতানৰ তলত থকা জলসমূহৰ পৰা বিতানৰ ওপৰৰ জলসমূহ পৃথক কৰিলে; আৰু সেই ৰূপেই হল। [৮] পাছে ঈশ্বৰে সেই বিতানৰ নাম আকাশ-মণ্ডল থলে। গধূলি আৰু পুৱা হলত, দ্বিতীয় দিন হল।

[৯] পাছে ঈশ্বৰে কলে, আকাশৰ তলত থকা জলসমূহ একে ঠাইলৈ আহি গোট খাওক, আৰু স্থল ওলাওক; তাতে তেনেকুৱাই হল। [১০] তেতিয়া ঈশ্বৰে স্থলৰ নাম ভূমি, আৰু গোট খোৱা জলসমূহৰ নাম সমুদ্ৰ থলে; আৰু ঈশ্বৰে তাক উত্তম দেখিলে। [১১] পাছে ঈশ্বৰে কলে, ভূমিয়ে তৃণ, গুটি ধৰা বন, আৰু আপোনাৰ ভিতৰত গুটি থকা জাতে জাতে ফল ধৰা ফলৱান বৃক্ষ মাটিৰ ওপৰত উৎপন্ন কৰোক; তাতে তেনেকুৱাই হল; [১২] ভূমিয়ে তৃণ, জাতে জাতে গুটি ধৰা বন, আৰু আপোনাৰ ভিতৰত গুটি থকা জাতে জাতে ফল ধৰা বৃক্ষ উৎপন্ন কৰিলে; তেতিয়া ঈশ্বৰে তাক উত্তম দেখিলে। [১৩] গধূলি আৰু পুৱা হলত, তৃতীয় দিন হল।

[১৪] পাছে ঈশ্বৰে কলে, দিন আৰু ৰাতি পৃথক কৰিবৰ নিমিত্তে, আকাশ-মণ্ডলৰ বিতানত জ্যোতিঃবোৰ হওক; আৰু সেইবোৰেই চিন, ঋতু, দিন, আৰু বছৰৰ কাৰণ হওক; [১৫] আৰু পৃথিবীৰ ওপৰত পোহৰ দিবলৈ, আকাশ-মণ্ডলৰ বিতানত প্ৰদীপস্বৰূপ হওক, তাতে তেনেকুৱাই হল। [১৬] দিনৰ ওপৰত অধিকাৰ কৰিবলৈ এক মহাজ্যোতিঃ, আৰু ৰাতিৰ ওপৰত অধিকাৰ কৰিবলৈ তাতকৈ এক ক্ষুদ্ৰ জ্যোতিঃ, এই দুই বৃহৎ জ্যোতিঃ আৰু তৰাবোৰকো ঈশ্বৰে নিৰ্ম্মাণ কৰিলে। [১৭] আৰু পৃথিবীৰ ওপৰত পোহৰ দিবলৈ, [১৮] দিন-ৰাতিৰ ওপৰত অধিকাৰ কৰিবলৈ, আৰু পোহৰকে আন্ধাৰকে পৃথক কৰিবলৈ, ঈশ্বৰে সেইবোৰক আকাশ-মণ্ডলৰ বিতানত স্থাপন কৰিলে; আৰু ঈশ্বৰে তাক উত্তম দেখিলে। [১৯] গধূলি আৰু পুৱা হলত, চতুৰ্থ দিন হল।

[২০] পাছে ঈশ্বৰে কলে, জলসমূহে বহুলৰূপে উৰগ আদি জীৱজন্তু উৎপন্ন কৰোক, আৰু পৃথিবীৰ ঊৰ্দ্ধত আকাশ-মণ্ডলৰ বিতানত চৰাইবোৰ উড়ি ফুৰোক। [২১] তেতিয়া ঈশ্বৰে বড় বড় জলজন্তু, আৰু জাতে জাতে জলসমূহত বহুলৰূপে উৎপন্ন হোৱা উৰগ আদি জীৱজন্তু, আৰু ডেউকা লগা সকলো বিধৰ চৰাই সৃষ্টি কৰিলে; তাতে ঈশ্বৰে তাক উত্তম দেখিলে। [২২] আৰু ঈশ্বৰে সেইবোৰক আশীৰ্ব্বাদ কৰি কলে, তোমালোক বহুবংশ হোৱা, আৰু বাঢ়ি বাঢ়ি সমুদ্ৰৰ জল পৰিপূৰ্ণ কৰা; আৰু পৃথিবীত চৰাই বৃদ্ধি হওক। [২৩] গধূলি আৰু পুৱা হলত, পঞ্চম দিন হল।

[২৪] পাছে ঈশ্বৰে কলে, ঘৰচীয়া পশু, উৰগ

প্ৰাণী, নানা বিধৰ বনৰীয়া জন্তু, এই সকলো জীৱজন্তু ভূমিত জাতে জাতে উৎপন্ন হওক; তাতে তেনেকুৱাই হল। [২৫] ঈশ্বৰে জাতে জাতে বনৰীয়া জন্তু, জাতে জাতে ঘৰচীয়া পশু, আৰু মাটিত বগাই ফুৰা জাতে জাতে সকলো জন্তুকো নিৰ্ম্মাণ কৰিলে, আৰু ঈশ্বৰে তাক উত্তম দেখিলে। [২৬] পাছে ঈশ্বৰে কলে, আমি আপোন প্ৰতিমূৰ্ত্তিৰ দৰে, আমাৰ সাদৃশ্যেৰে মানুহ নিৰ্ম্মাণ কৰোঁহক; সিবিলাকে সমুদ্ৰৰ মাছ, আকাশৰ চৰাই, ঘৰচীয়া পশু, সমুদায় পৃথিবী, আৰু পৃথিবীত বগাই ফুৰা সকলো জন্তুৰ ওপৰত অধিকাৰ কৰোক। [২৭] তাতে ঈশ্বৰে আপোন প্ৰতিমূৰ্ত্তিৰে মানুহ সৃষ্টি কৰিলে; ঈশ্বৰৰ প্ৰতিমূৰ্ত্তিৰেই তাক সৃষ্টি কৰিলে; তেওঁ পুৰুষ আৰু স্ত্ৰী কৰি সিবিলাকক সৃষ্টি কৰিলে। [২৮] পাছে ঈশ্বৰে সিবিলাকক আশীৰ্ব্বাদ কৰিলে; ঈশ্বৰে সিবিলাকক কলে, তোমালোক বহুবংশ হোৱা, আৰু বাঢ়ি বাঢ়ি পৃথিবীখন পৰিপূৰ্ণ কৰা, আৰু তাক বশীভূত কৰা; আৰু সমুদ্ৰৰ মাছ, আকাশৰ চৰাই, আৰু পৃথিবীত বগাই ফুৰা সকলো জীৱজন্তুৰ ওপৰত অধিকাৰ কৰা। [২৯] পাছে ঈশ্বৰে কলে, দেখা, গোটেই পৃথিবীত থকা গুটি ধৰা সকলো বন, আৰু আপোনাৰ ভিতৰত গুটি থকা সকলো ফলবান বৃক্ষ ময় তোমালোকক দিলোঁ; সেয়ে তোমালোকৰ আহাৰ হব। [৩০] আৰু সকলো বনৰীয়া জন্তু, আকাশৰ সকলো চৰাই, আৰু মাটিত বগাই ফুৰা সকলো জীৱজন্তু, এইবোৰৰ আহাৰৰ নিমিত্তে হলে, সকলো কেঁচা বন দিলোঁ; তাতে তেনেকুৱাই হল। [৩১] পাছে ঈশ্বৰে আপুনি নিৰ্ম্মাণ কৰা সকলোকে চাই অতি উত্তম দেখিলে। গধূলি আৰু পুৱা হলত, ষষ্ঠ দিন হল।

**২** এইৰূপে আকাশ-মণ্ডল, পৃথিবী, আৰু সেই উভয়ত থকা সকলো পদাৰ্থ নিৰ্ম্মাণ কৰি এঁটোৱা হল। [২] সপ্তম দিনা ঈশ্বৰে আপুনি কৰা কাৰ্য্য কৰি এঁটাই, আপুনি কৰা সকলো কাৰ্য্যৰ পৰা সপ্তম দিনা বিশ্ৰাম কৰিলে। [৩] আৰু ঈশ্বৰে সেই সপ্তম দিনক আশীৰ্ব্বাদ কৰি পবিত্ৰ কৰিলে; কিয়নো ঈশ্বৰে আপুনি সৃষ্টি কৰা আৰু নিৰ্ম্মাণ কৰা সমুদায় কাৰ্য্যৰ পৰা সেই দিনা বিশ্ৰাম কৰিলে।

প্ৰথম মনুষ্যৰ বিবৰণ।

[৪] আকাশ-মণ্ডল আৰু পৃথিবী সৃষ্টি কৰা কালৰ, ঈশ্বৰ যিহোৱাই পৃথিবী আৰু আকাশ-মণ্ডল নিৰ্ম্মাণ কৰা দিনৰ, সেই উভয়ৰ বিবৰণ এই। [৫] তেতিয়াও পৃথিবীত কোনো পথাৰত একো গছ তৃণ আদি উৎপন্ন হোৱা নাছিল, আৰু পথাৰত কোনো শস্যাদিৰ গছো গজা নাছিল; কিয়নো তেতিয়াও ঈশ্বৰ যিহোৱাই পৃথিবীত বৰষুণ বৰষোৱা নাছিল, আৰু মাটি চহাবলৈ মানুহো নাছিল। [৬] পাছে পৃথিবীৰ পৰা কুঁৱলি উঠি গোটেইখন ভূমি তিতালে। [৭] আৰু ঈশ্বৰ যিহোৱাই মাটিৰ ধূলিৰে মানুহ নিৰ্ম্মাণ কৰি, তাৰ নাকত ফুঁ দি, প্ৰাণ-বায়ু সুমুৱাই দিলে; তাতে মানুহ জীয়া প্ৰাণী হল। [৮] পাছে ঈশ্বৰ যিহোৱাই পূবফালে এদনত এখন বাৰী পাতি, আপুনি নিৰ্ম্মাণ কৰা মানুহক তাত থলে। [৯] আৰু দেখিবলৈ সুন্দৰ, খাবলৈকো ভাল, এনে সকলো জাতৰ বৃক্ষ ঈশ্বৰ যিহোৱাই মাটিৰ পৰা উৎপন্ন কৰিলে; তাত বাজে বাৰীৰ মাজত জীৱন-বৃক্ষ, আৰু ভাল বেয়া জ্ঞান দিওঁতা বৃক্ষকো তেওঁ উৎপন্ন কৰিলে। [১০] আৰু বাৰীত পানী দিবৰ নিমিত্তে এদনৰ পৰা এখন নৈ ওলাই, সেই ঠাইৰ পৰা বেলেগ বেলেগ হৈ, চাৰি সোঁতা নৈ হল। [১১] প্ৰথম নৈৰ নাম পীচোন; সি সোণ উৎপন্ন হোৱা সমুদায় হবীলা দেশকে মেৰাই গৈছে; [১২] সেই দেশৰ সোণ উত্তম; তাত গুগ্‌গুলু আৰু গোমেদক মণি পোৱা যায়। [১৩] দ্বিতীয় নৈৰ নাম গীহোন; সি কূচ দেশখনকে মেৰাই গৈছে। [১৪] তৃতীয় নৈৰ নাম হিদ্দেকল; সি অচুৰ দেশৰ সম্মুখেদি বৈ গৈছে। চতুৰ্থ নদীৰ নাম ফৰাৎ। [১৫] পাছে ঈশ্বৰ যিহোৱাই মানুহক নি, এদনত থকা বাৰীৰ বন কৰিবলৈ আৰু তাক ৰখিবলৈকো তাত থলে। [১৬] আৰু ঈশ্বৰ যিহোৱাই মানুহক এই আজ্ঞা দিলে, বোলে, তুমি বাৰীৰ সকলো বৃক্ষৰ ফল স্বচ্ছন্দে খাব পাৰা; [১৭] কিন্তু ভাল বেয়া জ্ঞান দিওঁতা বৃক্ষৰ ফল হলে নেখাবা; কিয়নো, যি দিনা তাক খাবা, সেই দিনাই তুমি অৱশ্যে মৰিবা।

[১৮] পাছে ঈশ্বৰ যিহোৱাই কলে, মানুহ অকলে থকা ভাল নহয়; ময় তাৰ নিমিত্তে তাৰ এক যোগ্য সহায়কাৰী নিৰ্ম্মাণ কৰিম। [১৯] ঈশ্বৰ যিহো-

বাই সমুদায় বনরীয়া জন্তু আরু আকাশর আটাই চরাই মাটিরে নির্ম্মাণ করিলে; পাছে মানুহে সেইবোরর কি কি নাম থব, তাকে চাবলৈ, তেওঁ সেইবোরক মানুহর ওচরলৈ আনিলে; তেতিয়া মানুহে সকলো জীবজন্তুর যার যি নাম দিলে, সেয়ে তার নাম হল। [২০]এই রূপে মানুহে সকলো ঘরচীয়া পশু, আকাশর চরাই, বনরীয়া জন্তু, এই সকলোবোররে নাম দিলে; কিন্তু মানুহর নিমিত্তে তার যোগ্য সহায়কারী পোবা নগল। [২১]পাছে ঈশ্বর যিহোৱাই মানুহর ঘোর টোপনি অনাত, সি টোপনি গল; আরু তেওঁ তার এডাল কামিহাড় উলিয়াই, সেই ঠাই মঙহেরে পুরালে। [২২]আরু ঈশ্বর যিহোৱাই মানুহর পরা উলিওৱা কামিহাড়ডালেরে এজনী স্ত্রী নির্ম্মাণ করি, মানুহর ওচরলৈ আনিলে। [২৩]তেতিয়া মানুহে কলে, এতিয়া হলে, এওঁ মোর হাড়রো হাড়, মোর মঙহরো মঙহ; এওঁক নারী বুলি মতা হব; কিয়নো এওঁক নরর পরা লোৱা হৈছে। [২৪]এতেকে মানুহে আপোন পিতৃ-মাতৃক ত্যাগ করি, আপোন তিরুতাত আসক্ত হব, আরু সিবিলাক দুয়ো একদেহ হব। [২৫]সেই সময়ত মানুহ আরু তার তিরুতা দুয়ো উলঙ্গ আছিল; কিন্তু সিবিলাকে তাক লাজ বুলি নেজানিছিল।

মনুষ্যর পতন।

৩ ঈশ্বর যিহোৱাই নির্ম্মাণ করা সকলো বনরীয়া জন্তুর মাজত সর্প অতি টেঙর আছিল। সি নারীক কলে, বারীর কোনো বৃক্ষর ফল তোমালোকে নেখাবা বুলি ঈশ্বরে বাস্তৱিকে কলে নে? [২]তাতে নারীয়ে সর্পক কলে, বারীর বৃক্ষবোরর ফল আমি খাব পারোঁ; [৩]কিন্তু বারীর মাজত থকা যি বৃক্ষ, তার ফল হলে, ঈশ্বরে কৈছে, তোমালোকে তাক নেখাবাও নুচুবাও; তাকে করিলেই মরিবা। [৪]তেতিয়া সর্পই নারীক কলে, স্বরূপতে তোমালোক নমরিবা; [৫]কিয়নো, যি দিনা তোমালোকে তার ফল খাবা, সেই দিনাই যে তোমালোকর চকু মুকলি হৈ তোমালোক ঈশ্বরর নিচিনা ভাল-বেয়া জানোতা হবা, তাক ঈশ্বরে জানে। [৬]তেতিয়া নারীয়ে, সেই বৃক্ষর ফল খাবলৈ ভাল, চকুর লোভজনক, আরু জ্ঞান দিয়ার কথাতো মনমোহা যেন দেখি, তাক ছিঙি খালে, আরু লগত থকা আপোন গিরিয়েককো দিলে; তাতে সিও খালে। [৭]পাছে সিবিলাক দুয়োরো চকু মুকলি হলত, সিবিলাক যে উলঙ্গ, তাক সিবিলাকে বুজি, আপোনাবিলাকলৈ ডিমরু পাতেরে কপিং সিয়াই ললে। [৮]পাছে ঈশ্বর যিহোৱাই দিনর জুর পরা সময়ত বারীর মাজত অহা-যোৱা করা শবদ সিবিলাকে শুনিবলৈ পালে; তাতে মানুহ আরু তার তিরুতাও, ঈশ্বর যিহোৱার সাক্ষাৎ নহবর মনেরে, বারীর গছনির মাজত লুকালগৈ। [৯]তেতিয়া ঈশ্বর যিহোৱাই মানুহক মাতি সুধিলে, তুমি ক'ত আছা? [১০]সি কলে, ময় বারীত আপোনার শবদ শুনি, মোর উলঙ্গতার কারণে ময় ভয় করি লুকাই আছোঁ। [১১]তাতে ঈশ্বর যিহোৱাই কলে, তুমি যে উলঙ্গ, তাক তোমাক কোনে কলে? যি বৃক্ষর ফল নেখাবা বুলি ময় তোমাক নিষেধ করিছিলোঁ, তাক তুমি খালা নে কি? [১২]তেতিয়া মানুহে কলে, আপুনি যি তিরুতা মোর সঙ্গিনী করি দিলে, সেই তিরুতাই মোক সেই বৃক্ষর ফল দিলত, ময় তাক খালোঁ। [১৩]পাছে ঈশ্বর যিহোৱাই নারীক কলে, তুমি এইটো কি করিলা? নারীয়ে কলে, সর্পই মোক ভুলালতহে ময় খালোঁ। [১৪]তাতে ঈশ্বর যিহোৱাই সর্পক কলে, তয় এই কর্ম্ম করা হেতুকে, সকলো ঘরচীয়া পশু আরু আটাই বনরীয়া জন্তুর মাজত শাপগ্রস্ত হৈ, পেটেরে গতি করিবি, আরু তোর জীৱনর গোটেই কালত ধূলি খাবি; [১৫]আরু ময় তোরে নারীরে মাজত, আরু তোর বংশরে নারীর বংশরে মাজত শত্রুতাব উৎপন্ন করিম; সি তোর মুর গুড়ি করিব, আরু তয় তার গোরোৱা গুড়ি করিবি। [১৬]তেওঁ নারীক কলে, ময় তোমার গর্ভ-বেদনা অতিশয়রূপে বৃদ্ধি করিম; তুমি কষ্টেরে সন্তান প্রসব করিবা; আরু গিরিয়েরালৈ তোমার ইচ্ছা থাকিব, আরু সি তোমার ওপরত অধিকার করিব। [১৭]পাছে তেওঁ আদমক কলে, যি বৃক্ষর ফল নেখাবা বুলি ময় তোমাক নিষেধ করিছিলোঁ, তুমি আপোন তিরুতার কথা শুনি তাক খোৱা হেতুকে, তোমার কারণে ভূমি শাপ-গ্রস্ত হৈছে; তুমি জীৱনর গোটেই কালত,

দুঃখেরে তার পরা খাবলৈ পাবা; [১৮] কাঁইট আরু কাঁইটীয়া বন সি তোমালৈ উৎপন্ন করিব; আরু তুমি ক্ষেত্রর শস্য ভোজন করিবা। [১৯] তুমি মাটিলৈ উলটি নোযোৱামানে, আপোন মুখর ঘামেরে আহার করিবলৈ পাবা; কিয়নো তোমাক মাটির পরা লোৱা হৈছিল; কারণ তুমি ধূলি মাথোন, পুনরায় ধূলিলৈকে উলটি যাবা। [২০] পাছে মানুহে আপোন তিরুতার নাম হৱা [জীবিত] থলে; কিয়নো তেওঁ সকলো জীবিত লোকর মাতৃ। [২১] পাছে ঈশ্বর যিহোৱাই আদম আরু তেওঁর ভার্য্যালৈকো ছালর বস্ত্র করি সিবিলাকক পিন্ধালে।

[২২] ঈশ্বর যিহোৱাই কলে, দেখা, মানুহ আমার এজনর নিচিনা ভাল-বেয়া জানোতা হৈছে; এতিয়া সি কিজানি হাত মেলি, জীৱন-বৃক্ষর ফল লৈ খাই চিরজীবী হয়, [২৩] এই বুলি, যি মাটির পরা তাক লোৱা হৈছিল, তাতে ক্ষেতি করিবলৈ, ঈশ্বর যিহোৱাই মানুহক এদনর বারীর পরা উলিয়াই পঠালে। [২৪] এই রূপে তেওঁ মানুহক খেদালে; আরু জীৱন-বৃক্ষর পথ রখিবলৈ, এদনর বারীর পূবফালে করূববিলাকক, আরু চারিও-ফালে ঘূরি থকা এখন জলন্তময় তরোৱালকো তাত থলে।

কয়িন আরু হেবলর বিবরণ।

**৪** পাছে মানুহে আপোন ভার্য্যা হৱার পরিচয় ললত, তেওঁ গর্ব্ভবতী হৈ কয়িনক প্রসব করি কলে, যিহোৱার সাহায্যত ময় এটা মানুহ পালোঁ। [২] পাছে তেওঁ পুনরায় তার ভায়েক হেবলক প্রসব করিলে। হেবল মের-রখীয়া, আরু কয়িন ক্ষেতিয়ক হল। [৩] কালক্রমে কয়িনে উপহারস্বরূপে মাটিত উৎপন্ন হোৱা কিছু ফল যিহোৱার উদ্দেশে উৎসর্গ করিলে; [৪] আরু হেবলেও আপোন জাকর পরা প্রথমে জগা কেইটামান পশু, আরু সেইবোরর তেল উৎসর্গ করিলে। পাছে যিহোৱাই হেবলক আরু তেওঁর উপহার গ্রাহ্য করিলে; [৫] কিন্তু কয়িনক আরু তেওঁর উপহার হলে, গ্রাহ্য নক-রিলে। তাতে কয়িনর অতিশয় ক্রোধ হল, আরু তেওঁর মুখো আমোলালে। [৬] তেতিয়া যিহোৱাই কয়িনক কলে, তুমি কিয় ক্রোধ করিছা? আরু তোমার মুখ বা কিয় আমো-লাইছা? [৭] তুমি ভাল করিলে জানো তোমাক গ্রাহ্য করা নহব? যদি ভাল নকরা, তেন্তে পাপে দুৱার-মুখত খাপ দি আছে; আরু তোমালৈ তার ইচ্ছা, কিন্তু তুমি তাক দমন করিব লাগে। [৮] তেতিয়া কয়িনে আপোন ভায়েক হেবলক কথা কলে; পাছে সিবিলাকে পথারত থাকোঁতে, কয়িনে আপোন ভায়েক হেবলর বিরুদ্ধে উঠি তেওঁক বধ করিলে। [৯] পাছে যিহোৱাই কয়িনক সুধিলে, তোমার ভাই হেবল ক'ত আছে? তাতে তেওঁ উত্তর করি কলে, ময় নেজানো; ময় কিবা ভাইর রখীয়া নে? [১০] তেতিয়া যিহোৱাই কলে, তুমি কি করিলা? তোমার ভাইর তেজে ভূমির পরা মোলৈ চিঁয়রিছে। [১১] এই হেতুকে যি ভূমিয়ে তোমার হাতর পরা তোমার ভাইর তেজ গ্রহণ করিবলৈ আপোন মুখ মেলিলে, সেই ভূমিত থাকিব নোৱরাকৈ তুমি শাপগ্রস্ত হলা। [১২] তুমি যেতিয়া ভূমিত ক্ষেতি করিবা, তেতিয়া ভূমিয়ে আপোনার বহু শস্য তোমাক আরু নিদিব; তুমি পৃথিবীত পলরীয়া আরু ভ্রমি ফুরোঁতা হবা। [১৩] তেতিয়া কয়িনে যিহোৱাক কলে, মোর দণ্ড সহিব পরাতকৈ অধিক। [১৪] দেখোক, আপুনি আজি ভূমির পরা মোক খেদাইছে; ময় আপোনার সম্মুখর পরা লুকাব লগাত পড়িলোঁ; ময় পৃথিবীত পলরীয়া আরু ভ্রমি ফুরোঁতা হম; তাতে যি কোনোৱে মোক পাব, সি মোক বধ করিব। [১৫] তেতিয়া যিহোৱাই তেওঁক কলে, ইয়ার কারণে যেয়ে কয়িনক বধ করিব, সি সাত গুণ প্রতিফল পাব। পাছে কোনেও যেন তেওঁক পাই বধ নকরে, এই নিমিত্তে যিহোৱাই কয়িনত এটা চিন দিলে।

[১৬] পাছে কয়িনে যিহোৱার সম্মুখর পরা ওলাই গৈ, এদনর পুব দিশে নোদ দেশত নিবাস করিলে। [১৭] আরু কয়িনে আপোন তিরুতার পরিচয় ললত, তাই গর্ব্ভবতী হৈ হনোকক প্রসব করিলে; আরু কয়িনে এখন নগর নির্ম্মাণ করি, আপোন পুতেকর নামর দরেই নগরর নামো হনোক থলে। [১৮] পাছে হনোকর পুতেক ঈরদ, ঈরদর পুতেক মহূয়ায়েল, মহূয়ায়েলর পুতেক মথূচায়েল, আরু মথূচায়েলর

পুতেক লেমক জন্মিল। [১৯] লেমকে দুজনী তিরুতা বিয়া করিছিল; এজনীর নাম আদা, আন জনীর নাম চিল্লা। [২০] আদাই যাবলক প্রসব করিলে; তেওঁ তাম্বুবাসী আরু পশুপালক-বিলাকর আদিপিতৃ। [২১] আরু তেওঁর ভায়েকর নাম যূবল; তেওঁ বীণা আরু বাঁহী বজোৱা-বিলাকর আদিপিতৃ আছিল। [২২] আরু চিল্লায়ো তূবল-কয়িনক প্রসব করিলে; তেওঁ পিত্তলর আরু লোহার নানাবিধ অস্ত্র গঢ়োঁতা মানুহ আছিল; সেই তূবল-কয়িনর নয়মা নামেরে এজনী ভনীয়েক আছিল। [২৩] পাছে লেমকে আপোনার তিরুতা দুজনীক কলে,

হে আদা আরু চিল্লা, মোর কথা শুনা;
হে লেমকর তিরুতাবিলাক, মোর বাক্যলৈ
　　কাণ পাতা;
কিয়নো মোক আঘাত করার কারণেময়
　　এজন মানুহক,
মোক কোবোৱার সাঁচর সলনি এজন
　　ডেকাক বধ করিলোঁ।
[২৪] যদি কয়িনর বধর প্রতিফল সাত গুণ হয়,
তেন্তে অৱশ্যে লেমকর সাত্‌সত্তর গুণ হব।

[২৫] পাছে আদমে পুনরায় আপোন ভার্য্যার পরিচয় ললত, তেওঁ আরু এটী পুত্র প্রসব করি, তার নাম চেথ রাখিলে; কিয়নো, তেওঁ কলে, ঈশ্বরে হেবলর সলনি মোক আরু এটী সন্তান দিলে; কারণ কয়িনে তাক বধ করিলে। [২৬] পাছে চেথরো এটী পুত্র জন্মিল, আরু তেওঁ তার নাম ইনোচ থলে। সেই কালত লোক-বিলাকে যিহোৱার নাম লৈ প্রার্থনা আদি করিবলৈ ধরিলে।

### আদমর বংশ।

৫ আদমর বৃত্তান্ত-পত্র এই। ঈশ্বরে মানুহ সৃষ্টি করা দিনা, ঈশ্বরর আপোন সাদৃশ্যেরেই তেওঁ তাক নির্ম্মাণ করিলে; [২] পুরুষ আরু স্ত্রী করি সিবিলাকক সৃষ্টি করিলে; আরু সিবিলাকর সেই সৃষ্টি-দিনত তেওঁ সিবিলাকক আশীর্ব্বাদ করি সিবিলাকক আদম, [মানুহ] এই নাম দিলে। [৩] পাছে আদমর এশ ত্রিশ বছর বয়সর সময়ত, আপোন সাদৃশ্যেরে আরু প্রতি-মূর্ত্তির দরে তেওঁর এটী পুত্র জন্মিল, তার নাম চেথ রাখিলে। [৪] চেথর জন্মর পাছে, আদম আঁঠ শ বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল। [৫] পাছে আদমর সর্ব্বমোট ন শ ত্রিশ বছর বয়স হলত, তেওঁর মৃত্যু হল।

[৬] আরু চেথর এশ পাঁচ বছর বয়সর সময়ত, তেওঁর পুত্র ইনোচ জন্মিল। [৭] ইনোচর জন্মর পাছে, চেথ আঁঠ শ সাত বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল। [৮] পাছে চেথর সর্ব্বমোট ন শ বার বছর বয়স হলত, তেওঁর মৃত্যু হল।

[৯] আরু ইনোচর নব্বই বছর বয়সর সময়ত, তেওঁর পুতেক কৈনন জন্মিল। [১০] কৈননর জন্মর পাছে, ইনোচ আঁঠ শ পোন্ধের বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল। [১১] পাছে ইনোচর সর্ব্বমোট ন শ পাঁচ বছর বয়স হলত, তেওঁর মৃত্যু হল।

[১২] আরু কৈননর সত্তর বছর বয়সর সময়ত, তেওঁর পুত্র মহললেল জন্মিল। [১৩] মহললেলর জন্মর পাছে, কৈনন আঁঠ শ চল্লিশ বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল। [১৪] পাছে কৈননর সর্ব্বমোট ন শ দহ বছর বয়স হলত, তেওঁর মৃত্যু হল।

[১৫] আরু মহললেলর পঁয়ষষ্টি বছর বয়সর সময়ত, তেওঁর পুত্র যেরদ জন্মিল। [১৬] যেরদর জন্মর পাছে, মহললেল আঁঠ শ ত্রিশ বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল। [১৭] পাছে মহললেলর সর্ব্বমোট আঁঠ শ পঞ্চানব্বই বছর বয়স হলত, তেওঁর মৃত্যু হল।

[১৮] আরু যেরদর এশ বাষষ্টি বছর বয়সর সময়ত, তেওঁর পুত্র হনোক জন্মিল। [১৯] হনোকর জন্মর পাছে, যেরদ আঁঠ শ বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল। [২০] পাছে যেরদর সর্ব্বমোট ন শ বাষষ্টি বছর বয়স হলত, তেওঁর মৃত্যু হল।

[২১] আরু হনোকর পঁয়ষষ্টি বছর বয়সর সময়ত, তেওঁর পুত্র মথূচেলহ জন্মিল। [২২] মথূ-চেলহর জন্মর পাছে, তিনি শ বছরলৈকে ঈশ্বরর লগত হনোকর চলাচল হলত, তেওঁর আরু পুতেক জীয়েক জন্মিল। [২৩] হনোকর বয়স সর্ব্বমোট তিনি শ পঁয়ষষ্টি বছর।

[২৪] ঈশ্বরর লগত তেওঁর চলাচল আছিল; পাছে তেওঁ নাইকিয়া হল; কিয়নো ঈশ্বরে তেওঁক লৈ গল।

[২৫] আৰু মথুচেলহর এশ সাতাশী বছর বয়সর সময়ত, তেওঁর পুত্র লেমক জন্মিল। [২৬] লেমকর জন্মর পাছে, মথুচেলহ সাত শ বিরাশী বছর জীয়াই থাকিলত, তেওঁর আৰু পুত্রেক জীয়েক জন্মিল। [২৭] পাছে মথুচেলহর সর্ব্বমোট ন শ উনসত্তর বছর বয়স হলত, তেওঁর মৃত্যু হল।

[২৮] আৰু লেমকর এশ বিরাশী বছর বয়সর সময়ত, তেওঁর এটী পুত্র জন্মিল; [২৯] তেওঁ তার নাম নোহ [বিশ্রাম] রাখি কলে, যিহোৱাই শাও দিয়া ভূমির কারণে আমার যি শ্রম আৰু হাতর ক্লেশ হয়, সেই বিষয়ে ইয়েই আমাক সান্ত্বনা দিব। [৩০] নোহর জন্মর পাছে, লেমক পাঁচ শ পঞ্চানব্বই বছর জীয়াই থাকিলত, তেওঁর আৰু পুত্রেক জীয়েক জন্মিল। [৩১] পাছে লেমকর সর্ব্বমোট সাত শ সাতসত্তর বছর বয়স হলত, তেওঁর মৃত্যু হল।

[৩২] আৰু নোহর পাঁচ শ বছর বয়সর সময়ত, চেম, হাম, যেফৎ এই তিন জন পুত্র জন্মিল।

### মনুষ্যর ভ্রষ্টতা।

৬ এই রূপে যেতিয়া পৃথিবীত মানুহর সংখ্যা বাঢ়িবলৈ ধরিলে, আৰু সিবিলাকর জীয়ারীবোর জন্মিল, [২] তেতিয়া ঈশ্বরর সন্তানবিলাকে মানুহর জীয়ারীবোরক রূপৱতী দেখি, সিহঁত আটাইরে পরা যেয়ে যাক ইচ্ছা করিলে, সিয়ে তাইক বিয়া করি ললে। [৩] পাছে যিহোৱাই কলে, মোর আত্মাই মানুহর অন্তরত আৰু সদায় অধিকার নকরিব; কিয়নো তার বিপথগমনত সি মাংসমাত্র; তথাপি তার কাল এশ বিশ বছর হব। [৪] সেই কালত পৃথিবীত নাফিলবিলাক আছিল; আৰু তার পাছেও, ঈশ্বরর সন্তানবিলাকে মানুহর জীয়ারীবোরত গমন করাত সিহঁতর গর্ভত সিবিলাকলৈ সন্তান জন্মা সময়তো আছিল; সেই সন্তানবিলাক আগর কালর প্রসিদ্ধ বীরপুরুষ। [৫] পাছে যিহোৱাই দেখিলে, পৃথিবীত মানুহর দুষ্টতা অধিক, আৰু সদায় তার মনর চিন্তার সকলো কল্পনা কেবল মন্দ। [৬] এই হেতুকে যিহোৱাই পৃথিবীত মানুহ সৃষ্টি করাত বেজার লাগি, [৭] মনত বিষাদ পাই কলে, ময় নিজে সৃষ্টি করা মানুহক পৃথিবীর পরা উচ্ছন্ন করিম, মানুহে সৈতে পশু, বগাই ফুরা জন্তু, আকাশর চরাই এই সকলোকে লুপ্ত করিম; কিয়নো সিহঁতক সৃষ্টি করাত মোর বেজার লাগিছে। [৮] কিন্তু নোহে যিহোৱার দৃষ্টিত অনুগ্রহ পালে।

### নোহর আৰু জলপ্লাবনর বৃত্তান্ত।

[৯] নোহর বৃত্তান্ত এই। সেই কালর মানুহর মাজত নোহ ধার্ম্মিক আৰু সিদ্ধ পুরুষ আছিল; আৰু ঈশ্বরর লগত নোহর চলাচল আছিল। [১০] আৰু নোহর চেম, হাম, যেফৎ এই তিন জন পুত্র জন্মিল। [১১] সেই কালত পৃথিবী ঈশ্বরর দৃষ্টিত ভ্রষ্ট, আৰু অত্যাচারেরে পরিপূর্ণ আছিল। [১২] পাছে ঈশ্বরে পৃথিবীলৈ চাই, তাক ভ্রষ্ট দেখিলে; কিয়নো পৃথিবীর সমুদায় প্রাণী ভ্রষ্টাচারী হল।

[১৩] তেতিয়া ঈশ্বরে নোহক কলে, মোর সাক্ষাতে সকলো প্রাণীর অন্তকাল চাপিছে; কিয়নো সিহঁতর দ্বারায় পৃথিবী অত্যাচারেরে পরিপূর্ণ হৈছে; এতেকে দেখা, ময় সিহঁতক পৃথিবীয়ে সৈতে বিনষ্ট করিম। [১৪] তুমি গোফর কাঠেরে এখন জাহাজ নির্ম্মাণ করা; আৰু তার ভিতরত খোঁটালী খোঁটালী করিবা, আৰু বাহিরে ভিতরে শিলাজতুরে লিপিবা। [১৫] সেই জাহাজ দীঘলে তিনি শ হাত, পথালিয়ে পঞ্চাশ হাত, আৰু ওখই ত্রিশ হাত, এই রূপে তুমি তাক নির্ম্মাণ করিবা। [১৬] জাহাজত খিলিকি করিবা, আৰু ওপরে এহাতর জোখে তাক করি এঁটাবা, আৰু জাহাজর কাষত দুবার রাখিবা; আৰু প্রথম, দ্বিতীয়, তৃতীয় এনে তিন তলাকৈ তাক নির্ম্মাণ করিবা। [১৭] আৰু দেখা, আকাশর তলত প্রাণ-বায়ু থকা সকলো প্রাণীকে বিনষ্ট করিবর নিমিত্তে, ময় পৃথিবীলৈ জলপ্লাবন আনিম; পৃথিবীত থকা সকলোরেই প্রাণত্যাগ করিব। [১৮] কিন্তু তোমারে সৈতে ময় আপোন নিয়মটী স্থির করিম; তুমি আপোন পুত্রবিলাক,

আপোন ভাৰ্য্যাক, আৰু আপোন পো-বোৱাৰী-য়েৰাবিলাকক লগত লৈ জাহাজত উঠিবা; [১৯] আৰু সকলো মাংসযুক্ত জীৱজন্তুৰ প্ৰতিবিধৰ মটা মাইকী এযোৰ এযোৰ তোমাৰ লগত প্ৰাণ ৰাখিবলৈ জাহাজত তুলিবা। [২০] জাতে জাতে চৰাই, জাতে জাতে পশু, আৰু জাতে জাতে মাটিত বগাই ফুৰা জন্তু, প্ৰাণ ৰাখিবৰ নিমিত্তে সকলোৱে এযোৰ এযোৰকৈ তোমাৰ ওচৰলৈ আহিব। [২১] তোমাৰ আৰু সেইবোৰৰ আহাৰৰ নিমিত্তে, তুমি সকলো বিধৰ খোৱা বস্তু আনি, আপোনাৰ ওচৰত গোটাবা। [২২] তাতে নোহে সেই দৰে কৰিলে; ঈশ্বৰে আজ্ঞা দিয়াৰ দৰেই তেওঁ সকলোকে কৰিলে।

**৭** পাছে যিহোৱাই নোহক কলে, তুমি সপৰিবাৰে জাহাজত উঠাগৈ; কিয়নো এই কালৰ লোকৰ মাজত, মোৰ সাক্ষাতে তোমাকহে ধাৰ্ম্মিক দেখিছোঁ। [২] পৃথিবীৰ ওপৰত সঁচ ৰাখিবলৈ, শুচি পশুৰ প্ৰতিবিধৰ মটা মাইকী সাতোটা সাতোটা, আৰু অশুচি পশুৰ মটা মাইকী এযোৰ এযোৰ, [৩] আৰু আকাশৰ চৰাইৰো মটা মাইকী সাতোটা সাতোটা তোমাৰ লগত লবা; [৪] কিয়নো সাদিনৰ মূৰত, ময় দিনে-ৰাতিয়ে চল্লিশ দিনলৈকে পৃথিবীৰ ওপৰত বৰষুণ বৰষাই, ময় নিৰ্ম্মাণ কৰা সমুদায় প্ৰাণীকে পৃথিবীৰ পৰা উচ্ছন্ন কৰিম। [৫] তেতিয়া নোহে ঈশ্বৰৰ আজ্ঞা অনুসাৰে সকলোকে কৰিলে।

[৬] নোহৰ ছ শ বছৰ বয়সৰ সময়ত পৃথিবীত জলপ্লাবন হৈছিল। [৭] পাছে নোহ, তেওঁৰ পুত্ৰবিলাক, তেওঁৰ ভাৰ্য্যা, আৰু তেওঁৰ লগত পো-বোৱাৰীয়েকবিলাকো জলপ্লাবনৰ অপেক্ষাতে জাহাজত উঠিলগৈ। [৮] আৰু ঈশ্বৰে নোহক আজ্ঞা দিয়াৰ দৰেই, শুচি অশুচি পশু, চৰাই, আৰু পৃথিবীত বগাই ফুৰা সকলো বিধৰ জন্তু, [৯] মটা মাইকী যোৰ যোৰ হৈ, নোহৰ ওচৰত জহাজত উঠিল। [১০] পাছে সাত দিন পূৰ হলত, পৃথিবীত জলপ্লাবন হবলৈ ধৰিলে। [১১] নোহৰ বয়সৰ ছ শ বছৰৰ দ্বিতীয় মাহৰ সোত্তৰ দিনৰ দিনা মহাজলৰ সকলো ভুমুক ভাগিল, আৰু আকাশৰ দুৱাৰবোৰো মুকলি হল। [১২] আৰু পৃথিবীৰ ওপৰত দিনে-ৰাতিয়ে চল্লিশ দিনলৈ মহাবৃষ্টি হল। [১৩] সেই দিনাখনহে, নোহ, আৰু চেম, হাম, যেফৎ, নোহৰ এই তিনি জন পুত্ৰ, আৰু নোহৰ ভাৰ্য্যা, আৰু সিবিলাকৰ লগত তেওঁৰ তিনি জনী পো-বোৱাৰীয়েক, [১৪] আৰু সিবিলাকৰ লগত জাতে জাতে সকলো বনৰীয়া পশু, জাতে জাতে সকলো ঘৰচীয়া পশু, জাতে জাতে মাটিত বগাই ফুৰা সকলো জন্তু, আৰু জাতে জাতে চৰাই চিৰিকটিবোৰো, [১৫] অৰ্থাৎ প্ৰাণ-বায়ু থকা সমুদায় প্ৰাণী যোৰ যোৰকৈ নোহৰ ওচৰত জাহাজত উঠা শেষ হল। [১৬] আৰু যিবোৰ উঠিল, ঈশ্বৰে তেওঁক আজ্ঞা দিয়াৰ দৰে, সমুদায় প্ৰাণীৰে মটা মাইকী উঠিল; তেতিয়া যিহোৱাই তেওঁৰ পাছতে দুৱাৰ বন্ধ কৰিলে। [১৭] পাছে চল্লিশ দিনলৈকে পৃথিবীৰ ওপৰত জলপ্লাবন হল; তাতে পানী বাঢ়ি বাঢ়ি জাহাজ ওপঙালত, সি মাটিৰ পৰা দাং খাই উঠিল। [১৮] আৰু পৃথিবীৰ ওপৰত জল প্ৰবল হৈ অতিশয়ৰূপে বাঢ়িলত, পানীৰ ওপৰত জাহাজ উটি গল। [১৯] এই ৰূপে পৃথিবীৰ ওপৰত জল অতিশয়ৰূপে প্ৰবল হলত, গোটেই আকাশৰ তলৰ সমুদায় ওখ পৰ্ব্বতবোৰ তল গল। [২০] পানী প্ৰবল হৈ পোন্ধৰ হাত ওপৰ উঠিল; তাতে পৰ্ব্বতবোৰ তল গল। [২১] আৰু চৰাই, ঘৰচীয়া আৰু বনৰীয়া পশু, মাটিত বগাই ফুৰা সকলো জন্তু, আৰু মানুহ আদি পৃথিবীত লৰিচৰি ফুৰা সমুদায় প্ৰাণী মৰিল। [২২] নাকত প্ৰাণ-বায়ু থকা ভুমিৰ আটাই প্ৰাণী মৰিল। [২৩] এই ৰূপে ভুমিত থকা সকলো প্ৰাণী, অৰ্থাৎ মানুহ, পশু, উৰগ জন্তু, আৰু আকাশৰ চৰাই লুপ্ত হৈ পৃথিবীৰ পৰা উচ্ছন্ন হল; কেৱল নোহ আৰু তেওঁৰ লগত জাহাজত থকাবিলাকহে অৱশিষ্ট থাকিল। [২৪] এই ৰূপে পৃথিবীৰ ওপৰত ডেৰ শ দিনলৈকে জল প্ৰবল হৈ আছিল।

**৮** পাছে ঈশ্বৰে নোহক আৰু তেওঁৰ লগত জাহাজত থকা পশু আদি সকলো প্ৰাণীকে সুঁৱৰি, পৃথিবীত বতাহ বলোৱালে; তাতে পানী টুটিল। [২] মহাজলৰ ভুমুকবোৰ আৰু আকাশৰ দুৱাৰবোৰো বন্ধ হল, আৰু আকাশৰ বৰষুণ এৰিলে। [৩] পাছে পৃথিবীৰ ওপৰত পানী ক্ৰমেৰে হুঁহকি গলত, ডেৰ শ দিনৰ মূৰত পানী শুকাবলৈ ধৰিলে। [৪] তেতিয়া সপ্তম মাহৰ

সোতের দিনর দিনা, অরারট পর্ব্বতর ওপরত জাহাজ লাগি রল। ৫ আরু দশম মাহলৈকে ক্রমেরে পানী কমি কমি গলত, দশম মাহর প্রথম দিনা পর্ব্বতবোরর টিং দেখা গল। ৬ তার পাছে আরু চল্লিশ দিন গলত, নোহে আপুনি সজা জাহাজর খিলিকি মেলি, এটা ঢোঁরা কাউরি উড়ুৱাই পঠালে; ৭ তাতে পৃথিবীত থকা পানী মুশুকুৱালৈকে, সি অহা-যোৱা করি উড়ি ফুরিছিল। ৮ পাছে পৃথিবীর পরা পানী টুটিল নে নাই তাক জানিবর নিমিত্তে, তেওঁ আপোনার ওচরর পরা এটা কপৌ উড়ুৱাই পঠালে। ৯ কিন্তু কপৌৱে আপোনার ভরি দি জিরাবলৈ ঠাই নেপাই, তেওঁর ওচরলৈ জাহাজলৈ উভটি আহিল; কিয়নো সমুদায় পৃথিবীর ওপরত পানী আছিল; তেতিয়া তেওঁ হাত মেলি তাক ধরি, আপোনার ওচরলৈ জাহাজলৈ সুমুৱাই আনিলে। ১০ পাছে তেওঁ আরু সাদিন বাট চাই, জাহাজর পরা পুনরায় সেই কপৌটো উড়ুৱাই পঠালে। ১১ কপৌটো গধূলি পরত তেওঁর ওচরলৈ আহিলত, দেখা, তার ঠোঁটত জিতবৃক্ষর এটা নতুন পাত আছিল; নোহে তার দ্বারায় পৃথিবীর পানী টুটিল বুলি বুজিলে। ১২ পাছে তেওঁ আরু সাদিন বাট চাই, আকৌ সেই কপৌটো উড়ুৱাই পঠালে; কিন্তু সি তেওঁর ওচরলৈ আরু উভটি নাহিল। ১৩ নোহর ছ শ এবছরর প্রথম মাহর প্রথম দিনা পৃথিবীর পানী শুকাই গল; তেতিয়া নোহে জাহাজর ঢাপর গুচাই চাই, ভূমিত পানী নিচেইকৈ শুকুৱা দেখিলে। ১৪ আরু দ্বিতীয় মাহর সাতাইশ দিনর দিনা পৃথিবী শুকাল।

নোহক দিয়া আশীর্ব্বাদ, আরু তেওঁরে সৈতে করা ঈশ্বরর নিয়ম।

১৫ তেতিয়া ঈশ্বরে নোহক কলে, ১৬ তুমি, তোমার ভার্য্যা, পুত্রবিলাক, আরু পো-বোৱারীয়েরাইতক লগত লৈ, জাহাজর পরা ওলাই যোৱা। ১৭ তোমার লগত থকা চরাই, পশু, আরু মাটিত বগাই ফুরা উরগ আদি মাংসযুক্ত সমুদায় জন্তু তোমার লগত জাহাজর পরা উলিয়াই নিয়া; সেইবোরে পৃথিবীখন প্রাণীময় করোক, আরু বহুবংশ হৈ পৃথিবীর ওপরত বাঢ়ি বাঢ়ি যাওক। ১৮ তেতিয়া নোহে আপোন পুত্রবিলাক, ভার্য্যা, আরু পো-বোৱারীয়েকহঁতকো লগত লৈ বাহিরলৈ আহিল; ১৯ আরু আপোন আপোন জাতি অনুসারে সকলো পশু, সকলো বগাই ফুরা জন্তু, আরু চরাই আদি সমুদায় ভূচর প্রাণী জাহাজর পরা ওলাই আহিল। ২০ পাছে নোহে যিহোৱার উদ্দেশে এটা যজ্ঞবেদি নির্ম্মাণ করি, সকলো শুচি পশুর আরু সকলো শুচি পক্ষীর পরাও কেইটামান লৈ, সেই বেদির ওপরত হোম-বলি উৎসর্গ করিলে। ২১ তাতে যিহোৱাই সুঘ্রাণ পাই আপোনার মনতে কলে, মানুহর কারণে ময় ভূমিক আকৌ শাও নিদিওঁ; কারণ মানুহর মনর কল্পনা সরু কালরে পরা মন্দ, ময় আগর নিচিনাকৈ আরু কেতিয়াও সকলো প্রাণীক সংহার নকরোঁ। ২২ পৃথিবী থাকেমানে, শহ বোৱা আরু শহ দোৱা, জার আরু জহ, গ্রীষ্মকাল আরু শীতকাল, দিন আরু রাতি এইবোর মুগুচিব।

৯ ১ পাছে ঈশ্বরে নোহক আরু তেওঁর পুত্র-বিলাকক আশীর্ব্বাদ করি কলে, তোমালোক বহু-বংশ হৈ বাঢ়ি বাঢ়ি পৃথিবীখন পরিপূর্ণ করা। ২ পৃথিবীর সকলো পশু, আকাশর আটাই চরাই, মাটিত বগাই ফুরা আটাই জন্তু, আরু সমুদ্রর আটাই মাছ তোমালোকর পরা ভয় আরু ত্রাস পাব; সেই-বোর তোমালোকর হাতত সোধাই দিয়া হৈছে। ৩ লরিচরি ফুরা সকলো জীৱজন্তু তোমালোকর আহারর নিমিত্তে হব; শস্য আদি দিয়ার দরে, ময় সকলোকে তোমালোকক দিছোঁ। ৪ কিন্তু তোমালোকে মঙহ তার প্রাণ অর্থাৎ তেজেরে সৈতে নেখাবা। ৫ তোমালোকর প্রাণযুক্ত তেজ বাহির করার প্রতিকার ময় অৱশ্যে সাধিম; প্রত্যেক জন্তুর পরা তাক সাধিম, আরু প্রত্যেক মানুহর পরা, এনে কি, ভায়েকর পরাও প্রত্যেক মানুহর প্রাণর প্রতিকার ময় সাধিম। ৬ যি কোনোৱে মানুহর রক্তপাত করে, মানুহর দ্বারায় তারো রক্তপাত করা যাব; কিয়নো ঈশ্বরে আপোন প্রতিমূর্ত্তির দরেই মানুহ নির্ম্মাণ করিলে। ৭ তোমালোক বহুবংশ হৈ বৃদ্ধি হৈ যোৱা; পৃথিবীত প্রচুর পরিমাণে প্রজাবন্ত হৈ বাঢ়ি যোৱা।

৮ তার পাছে ঈশ্বরে নোহক আরু তেওঁর

লগত থকা তেওঁৰ পুত্ৰবিলাকক কলে, [9] দেখা, ময় তোমালোকে সৈতে, তোমালোকৰ ভাবি-বংশই সৈতে, [10] তোমালোকৰ লগত থকা চৰাই, ঘৰচীয়া পশু, আৰু বনৰীয়া পশু আদি কৰি তোমালোকৰ লগত থকা যিমান জীৱজন্তু জাহাজৰ পৰা ওলাল, সেইবোৰে সৈতে, পৃথিবীৰ আটাই জন্তুৰে সৈতে ময় আপোন নিয়ম স্থাপন কৰোঁ। [11] ময় তোমালোকৰ লগত মোৰ নিয়মটী স্থাপন কৰোঁ; জলপ্লাবনৰ দ্বাৰায় সকলো প্ৰাণীক আৰু উচ্ছন্ন কৰা নহব; আৰু পৃথিবী বিনষ্ট কৰিবৰ নিমিত্তে জলপ্লাবনো আৰু নহব। [12] ঈশ্বৰে আৰু কলে, মোৰে আৰু তোমালোকৰে, আৰু তোমালোকৰ লগত থকা সমুদায় জীয়া প্ৰাণীৰে মাজত সৰ্ব্বপুৰুষলৈকে, ময় যি নিয়মটী স্থাপন কৰোঁ, তাৰ চিন এই; [13] ময় মেঘত আপোন ধনু থৈছোঁ, আৰু সেয়ে মোৰে আৰু পৃথিবীৰে মাজত নিয়মৰ চিন হব। [14] যেতিয়া ময় পৃথিবীৰ ওপৰলৈ মেঘ আনো, তেতিয়া মেঘত ধনু দেখা যাব; [15] তাতে, মোৰে আৰু তোমালোকৰে আৰু মাংসযুক্ত সকলো প্ৰাণীৰে মাজত মোৰ যি নিয়ম, তাক ময় সুঁবৰিম; তেতিয়া মাংসযুক্ত সকলো প্ৰাণী বিনষ্ট কৰিবলৈ জলপ্লাবন আৰু নহব। [16] আৰু মেঘত ধনু ওলালে, ময় তালৈ দৃষ্টিপাত কৰি, পৃথিবীত থকা সকলো মাংসযুক্ত প্ৰাণী আৰু ঈশ্বৰৰ মাজত স্থাপন কৰা চিৰকলীয়া নিয়মটী ময় সোঁবৰণ কৰিম। [17] ঈশ্বৰে নোহক আৰু কলে, মোৰে আৰু পৃথিবীত থকা সকলো মাংসযুক্ত প্ৰাণীৰে মাজত ময় যি নিয়মটী স্থাপন কৰিছোঁ, সৌখনেই তাৰ চিন।

নোহৰ তিনি জন পুত্ৰৰ বিষয়।

[18] নোহৰ যি পুত্ৰবিলাক জাহাজৰ পৰা বাহিৰ হল, সিবিলাকৰ নাম চেম, হাম, আৰু যেফৎ; হাম কনানৰ বাপেক। [19] এই তিনি জনেই নোহৰ পুত্ৰ; ইবিলাকৰ বংশই গোটেইখন পৃথিবীত ব্যাপ্ত হল।

[20] পাছে নোহ ক্ষেতিয়ক হৈ, এখান দ্ৰাক্ষা-বাৰী পাতিলে। [21] তাতে তেওঁ তাৰ দ্ৰাক্ষাৰস পান কৰি মতলীয়া হল; আৰু আপোন তাম্বুৰ ভিতৰত বিবস্ত্ৰ হৈ পড়ি আছিল। [22] তেতিয়া কনানৰ বাপেক হামে আপোন পিতৃৰ উলঙ্গতা দেখি, বাহিৰত আপোনাৰ দুই ভায়েক-ককায়েকক কলেগৈ। [23] তাতে চেম আৰু যেফৎ এই দুয়ো কাপৰ এখন আপোনা-বিলাকৰ কান্ধত তুলি লৈ, পাছহুঁহকি হুঁহকি গৈ বাপেকৰ উলঙ্গতা ঢাকিলে; সিবিলাকে বিমুখ হৈ যোৱাত, বাপেকৰ উলঙ্গতা দেখা নেপালে। [24] পাছে নোহে দ্ৰাক্ষাৰসৰ পৰা হুচ পাই, আপোনাৰ সৰু পুতেকে তেওঁলৈ যি কৰিছিলে, তাক জানিবলৈ পাই, [25] তেওঁ কলে,

কনান শাপগ্ৰস্ত হওক;
সি তাৰ ভায়েকবিলাকৰ বন্দীৰো
বন্দী হওক।

[26] তেওঁ আৰু কলে,

চেমৰ ঈশ্বৰ যিহোৱা ধন্য;
কনান তাৰ বন্দী হওক।
[27] ঈশ্বৰে যেফতক বিস্তাৰিত কৰোক;
সি চেমৰ তাম্বুত বসতি কৰোক,
আৰু কনান তাৰো বন্দী হওক।

[28] জলপ্লাবনৰ পাছে নোহ আৰু তিনি শ পঞ্চাশ বছৰ জীয়াই থাকিল। [29] তাতে নোহৰ সৰ্ব্বমোট ন শ পঞ্চাশ বছৰ বয়স হলত, তেওঁৰ মৃত্যু হল।

নোহৰ বংশৰ বিবৰণ।

১০ নোহৰ পুত্ৰ চেম, হাম, আৰু যেফতৰ বৃত্তান্ত এই; জলপ্লাবনৰ পাছত সিবিলাকৰ সন্তান-সন্ততি জন্ম হল।

[2] যেফতৰ সন্তান গোমৰ, মাগোগ, মাদয়, যাবন, তুবল, মেচেক, আৰু তীৰচ। [3] আৰু গোমৰৰ সন্তান অস্কিনজ, ৰীফৎ, আৰু তোগৰ্মা। [4] যাবনৰ সন্তান ইলীচা, তৰ্চীচ, কিত্তীম, আৰু দোদানীম। [5] এইবিলাকৰ দ্বাৰায় পৰজাতি-বিলাকৰ দ্বীপবোৰ এক এক দেশকৈ বিভক্ত হৈ, তাত পৃথক পৃথক ভাষা, গোষ্ঠী, আৰু জাতি হল।

[6] হামৰ সন্তান কূচ, মিচৰ, পূট, আৰু কনান। [7] কূচৰ সন্তান চবা, হবীলা, চব্‌তা, ৰয়মা, আৰু চব্‌তকা। ৰয়মাৰ সন্তান হলে, চিবা আৰু দদান। [8] কূচৰ পুত্ৰ নিম্ৰোদ; তেওঁ পৃথিবীত মহাপৰাক্ৰমী হব ধৰিলে। [9] তেওঁ যিহোৱাৰ সাক্ষাতে পৰাক্ৰমী ব্যাধ আছিল; এই হেতুকে লোকবিলাকে দৃষ্টান্ত

দি কয়, যিহোৱার দৃষ্টিত পরাক্রমী ব্যাধ যি নিম্রোদ, তেওঁর নিচিনা। [১০] আরু চিনার দেশর বাবিল, এরক, অক্কদ, আরু কল্নি, এইবোর নগরেই তেওঁর রাজ্যর আদি। [১১] সেই দেশর পরা তেওঁ অচূরলৈ ওলাই গৈ, নীনবি, রহোবোৎ-ঈর, কেলহ, [১২] আরু নীনবি ও কেলহর মাজ ঠাইত থকা রেচন (এয়ে মহানগর) এইবোর নগর নির্ম্মাণ করিলে। [১৩] আরু মিচরর পরা লূদীয়া, অনামীয়া, লহাবীয়া, নপ্তুহীয়া, পথ্রোচীয়া জাতি, [১৪] আরু যার পরা পলেষ্টীয়াবিলাক বাহির হল এনে কচ্লুহীয়া জাতি, আরু কপ্তোরীয়া জাতি, এইবিলাক উৎপন্ন হল।

[১৫] কনানর জ্যেষ্ঠ পুত্র চীদোন, তার পাছত হেৎ; [১৬] যিবূচীয়া, ইমোরীয়া, গির্গাচীয়া, [১৭] হিব্বীয়া, অর্কীয়া, চীনীয়া, [১৮] অর্বদীয়া, চমারীয়া, আরু হমাতীয়া জাতিও তেওঁর পরা উৎপন্ন হল; পাছে কনানীয়াবিলাকর গোষ্ঠী বিস্তারিত হল; [১৯] আরু চীদোনর পরা গরারর ফাললৈ ঘচালৈকে, আরু চদোম, ঘমোরা, অদ্মা, আরু চবোয়ীমর ফাললৈ লেচালৈকে কনানীয়াবিলাকর সীমা হল। [২০] আপোন আপোন গোষ্ঠী, ভাষা, দেশ, আরু জাতি অনুসারে এইবিলাকেই হামর সন্তান।

[২১] যেফতর বড় ককায়েক এবরর সকলো সন্তানবিলাকর আদিপুরুষ যি চেম, তেওঁরো সন্তান-সন্ততি জন্মিল। [২২] চেমর সন্তান এলম, অচুর, অর্ফক্চদ, লূদ, আরু অরাম। [২৩] অরামর সন্তান উচ, হূল, গেথর, আরু মচ। [২৪] আরু অর্ফক্চদর সন্তান চেলহ; আরু চেলহর সন্তান এবর। [২৫] এবরর দুই পুত্র জন্মিল; এজনর নাম পেলগ [বিভাগ], কিয়নো তেওঁর দিনতে পৃথিবী বিভক্ত হল; আরু তেওঁর ভায়েকর নাম যক্তন। [২৬] আরু যক্তনর পুত্র অল্মোদদ, চেলফ, হচর্মাবৎ, যেরহ, [২৭] হদোরাম, উজল, দিক্লা, [২৮] ওবল, অবীমায়েল, চিবা, [২৯] ওফীর, হবীলা, আরু যোবব; এই সকলো যক্তনর সন্তান। [৩০] মেচার পরা পূবর পর্ব্বত চফারর ফাললৈ সিবিলাকর বসতি আছিল। [৩১] আপোন আপোন গোষ্ঠী, ভাষা, দেশ, আরু জাতি অনুসারে এইবিলাকেই চেমর সন্তান। [৩২] আপোন আপোন বংশাৱলি আরু জাতি অনুসারে ইবিলাকেই নোহর সন্তানবিলাকর গোষ্ঠী আছিল; আরু জলপ্লাবনর পাছত ইবিলাকর পরাই পৃথিবীত বেলেগ বেলেগ জাতি হল।

বাবিলত ভাষাভেদ।

**১১** পূর্ব্বে গোটেইখন পৃথিবীত এক ভাষা এক মাত আছিল। [২] পাছে মানুহবিলাকে পূবফাললৈ গৈ গৈ, চিনার দেশত এখন সমথল পাই, তাত নিবাস করিলে। [৩] তাতে ইজনে সিজনে কোৱাকুই করি কলে, আহাঁ, আমি ইটা সাজি, তাক ভালকৈ পোরোঁহঁক; তেতিয়া শিলর সলনি সিবিলাকর ইটা, আরু করালর নিমিত্তে শিলাজতু হল। [৪] আরু সিবিলাকে কলে, আহাঁ, আমি আপোনালৈ এখন নগর আরু আকাশ লম্বা এটা অতি ওখ ঘর নির্ম্মাণ করি, আমার নাম খ্যাতিমন্ত করোঁহঁক; নহলে আমি গোটেই পৃথিবীত ছিন্নভিন্ন হম। [৫] পাছে মনুষ্য-সন্তানবিলাকে যি নগর আরু ওখ ঘর নির্ম্মাণ করি আছিল, তাক চাবলৈ যিহোৱা নামি আহিল। [৬] যিহোৱাই কৈছিল, দেখা, সিহঁত একে জাতি, আরু সিহঁত সকলোরে ভাষাও একে; আরু সিহঁতর কার্য্যর এয়ে আরম্ভনমাত্র; এতিয়া সিহঁতে করিবলৈ ঠারর করা কোনো কার্য্য সিহঁতর অসাধ্য নহব। [৭] এতেকে, আহাঁ, আমি নামি, সিহঁতর এজনে আন জনর মাত বুজিব নোৱরাকৈ সেই ঠাইত সিহঁতর ভাষার ভেদ জন্মাওঁগৈ। [৮] এই রূপে করি, যিহোৱাই তার পরা গোটেই পৃথিবীর ওপরত সিহঁতক ছিন্নভিন্ন করিলে; আরু সিহঁতে নগর সাজিবলৈ এরিলে। [৯] এই হেতুকে তার নাম বাবিল [ভেদ] রখা হল; কিয়নো সেই ঠাইতে যিহোৱাই গোটেই পৃথিবীর ভাষার ভেদ জন্মালে; আরু তার পরা যিহোৱাই সিবিলাকক পৃথিবীখনতে গোট গোট করিলে।

চেমর বংশর বিবরণ।

[১০] চেমর বৃত্তান্ত এই। চেমর এশ বছর বয়সর সময়ত, জলপ্লাবনর দুবছরর পাছে, তেওঁর সন্তান অর্ফক্চদ জন্মিল। [১১] অর্ফক্চদর জন্মর পাছে, চেম পাঁচ শ বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল।

[১২] অর্ফক্চদর পঁয়ত্রিশ বছর বয়সর সময়ত, তেওঁর সন্তান চেলহ জন্মিল; [১৩] চেলহর জন্মর পাছে, অর্ফক্চদ চারি শ তিনি বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল।

[১৪] চেলহর ত্রিশ বছর বয়সর সময়ত, তেওঁর সন্তান এবর জন্মিল; [১৫] এবরর জন্মর পাছে, চেলহ চারি শ তিনি বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল।

[১৬] এবরর চৌত্রিশ বছর বয়সর সময়ত, তেওঁর সন্তান পেলগ জন্মিল; [১৭] পেলগর জন্মর পাছে, এবর চারি শ ত্রিশ বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল।

[১৮] পেলগর ত্রিশ বছর বয়সর সময়ত, তেওঁর সন্তান রিয়ূ জন্মিল; [১৯] রিয়ূর জন্মর পাছে, পেলগ দুশ ন বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল।

[২০] রিয়ূর বত্রিশ বছর বয়সর সময়ত, তেওঁর সন্তান চরূগ জন্মিল; [২১] চরূগর জন্মর পাছে, রিয়ূ দুশ সাত বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল।

[২২] চরূগর ত্রিশ বছর বয়সর সময়ত, তেওঁর সন্তান নাহোর জন্মিল; [২৩] নাহোরর জন্মর পাছে, চরূগ দুশ বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল।

[২৪] নাহোরর উনত্রিশ বছর বয়সর সময়ত, তেওঁর সন্তান তেরহ জন্মিল; [২৫] তেরহর জন্মর পাছে, নাহোর এশ উনৈশ বছর জীয়াই থাকিলত, তেওঁর আরু পুতেক জীয়েক জন্মিল।

[২৬] তেরহর সত্তর বছর বয়সর সময়ত, তেওঁর সন্তান অব্রাম, নাহোর, আরু হারণ জন্মিল।

[২৭] তেরহর বৃত্তান্ত এই। তেরহর সন্তান অব্রাম, নাহোর, আরু হারণ; হারণর সন্তান লোট। [২৮] হারণ আপোন পিতৃ তেরহর আগেয়ে, নিজ জন্মভূমি কল্‌দীয়াইতর উর নগরত মরিল। [২৯] পাছে অব্রাম আরু নাহোর এই উভয়ে বিয়া করিলে; অব্রামর তিরুতার নাম চারী; নাহোরর তিরুতার নাম মিল্‌কা, এওঁ হারণর জীয়েক আছিল; সেই হারণ মিল্‌কা আরু যিস্কার বাপেক। [৩০] কিন্তু চারী বাঁজী; তেওঁর সন্তান নহল। [৩১] পাছে তেরহে আপোন পুত্র অব্রামক, আরু হারণর পুতেক লোট নামেরে নাতীয়েকক, আরু অব্রামর ভার্য্যা চারী বোৱারীয়েককো লগত লৈ, কনান দেশলৈ যাবর নিমিত্তে, কল্‌দীয়াইতর উর নগরর পরা ওলাই গল; কিন্তু হারণ নগরলৈকে গৈ, তাতে সিবিলাকে নিবাস করিলে। [৩২] পাছে তেরহে দুশ পাঁচ বছর বয়স পাই হারণত মরিল।

### কনানত অব্রামর প্রবেশ। মিচরত চারীর সতীত্ব রক্ষা।

১২ যিহোৱাই অব্রামক কলে, তুমি আপোন দেশ, আপোন জ্ঞাতি-কুটুম্ব, আরু আপোন পিতৃর ঘর ত্যাগ করি, ময় যি দেশ তোমাক দেখুৱাম, সেই দেশলৈ বলা। [২] আরু ময় তোমার পরা এক মহাজাতি উৎপন্ন করিম, আরু তোমাক আশীর্ব্বাদ করি তোমার নাম খ্যাতিমন্ত করিম; তাতে তুমি আশীর্ব্বাদর আকর হবা। [৩] যিবিলাকে তোমাক অশীর্ব্বাদ করে, সিবিলাকক ময় আশীর্ব্বাদ করিম, আরু তোমাক যি কোনোৱে শাও দিয়ে, তাক ময় শাও দিম; আরু তোমাতেই পৃথিবীর সমুদায় গোষ্ঠীয়ে আশীর্ব্বাদ পাব। [৪] পাছে অব্রামে যিহোৱার বাক্য অনুসারে যাত্রা করিলে, আরু লোটো তেওঁর লগত গল। হারণ নগরর পরা যোৱা কালত, অব্রামর পঁয়সত্তর বছর বয়স আছিল। [৫] কনান দেশলৈ যাবর অর্থে, অব্রামে আপোন ভার্য্যা চারীক, আরু ভতিজা পুতেক লোটক, আরু আপোনাবিলাকর উপার্জ্জিত সকলো ধন, সম্পত্তি, আরু হারণত পোৱা সকলো মানুহক লৈ যাত্রা করিলে; পাছে সিবিলাকে কনান দেশ পালেগৈ। [৬] আরু অব্রামে সেই দেশর মাজেদি চিখিম নামেরে ঠাইলৈ গৈ, মোরির এলোন গছজোপার ওচর পালে। সেই কালত কনানীয়াবিলাক সেই দেশত আছিল। [৭] পাছে যিহোৱাই অব্রামক দর্শন দি কলে, তোমার বংশকেই ময় এই দেশ দিম; তাতে তেওঁ আপোনাকে দর্শন দিয়া যিহোৱালৈ, সেই ঠাইতে এটা যজ্ঞবেদি নির্ম্মাণ করিলে। [৮] পাছে তেওঁ সেই ঠাই এরি, বৈৎ-এলর [ঈশ্বরর গৃহ] পুবফালর পর্ব্বতটো পাই, বৈৎ-এলক পশ্চিম, আরু অয়ক পুব করি, তাতে আপোনার তাম্বু-ঘর তরিলে; সেই ঠাইতো তেওঁ যিহোৱালৈ

এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰি, যিহোৱাৰ নামেৰে প্ৰাৰ্থনা কৰিলে। ৯তাৰ পাছে অব্ৰামে ক্ৰমে ক্ৰমে দক্ষিণ অঞ্চললৈ যাত্ৰা কৰিলে।

১০পাছে সেই দেশত আকাল হল; আৰু আকাল অতিশয়ৰূপে বৃদ্ধি হৈ যোৱাত, অব্ৰামে মিচৰ দেশত প্ৰবাস কৰিবলৈ নামি গল। ১১তেওঁ মিচৰ দেশত সোমাবলৈ ধৰোঁতে, আপোন ভাৰ্য্যা চাৰীক কলে, দেখা, তুমি যে সুন্দৰী তিৰুতা, তাক মই জানো। ১২এই কাৰণে মিচৰীয়াবিলাকে তোমাক দেখি, তুমি মোৰ ভাৰ্য্যা বুলি, মোক বধ কৰি তোমাক জীয়াই ৰাখিব। ১৩মিনতি কৰোঁ, তোমাৰ দ্বাৰায় মোৰ মঙ্গল, আৰু তোমাৰ পৰাই মোৰ প্ৰাণ ৰক্ষা পৰিবৰ নিমিত্তে, তুমি, মই তেওঁৰ ভনীয়েক, এই বুলি কবা। ১৪পাছে অব্ৰাম মিচৰত সোমালত, মিচৰীয়াবিলাকে সেই তিৰুতাক পৰম-সুন্দৰী দেখিলে। ১৫আৰু ফৰৌণৰ পাত্ৰমন্ত্ৰী-বিলাকে তেওঁক দেখি, ৰজাৰ আগত তেওঁক শলাগিলে; তাতে সেই তিৰুতাক ফৰৌণৰ ঘৰলৈ নিয়া হল। ১৬আৰু তেওঁৰ কাৰণে, তেওঁ অব্ৰামলৈ ভাল ব্যৱহাৰ কৰিলে; তাতে তেওঁ মেৰ, ছাগ, গৰু, গাধ, বন্দী, বেটী, গাধী, আৰু উটো পালে। ১৭কিন্তু অব্ৰামৰ ভাৰ্য্যা চাৰীৰ কাৰণে, যিহোৱাই ফৰৌণৰ আৰু তেওঁৰ পৰিয়ালৰো মহাক্লেশ ঘটালে। ১৮তাতে ফৰৌণে অব্ৰামক মাতি কলে, তুমি মোলৈ এইটো কি কাম কৰিলা? এওঁ যে তোমাৰ ভাৰ্য্যা, তাক মোক কিয় নকলা? ১৯এওঁক তোমাৰ ভনী বুলি কেলেই কৈছিলা? সেই কাৰণেহে মই এওঁক বিয়া কৰিবলৈ আনিছিলোঁ। এতিয়া দেখা, তোমাৰ ভাৰ্য্যা এইয়া, লৈ যোৱা। ২০এই বুলি কৈ, ফৰৌণে অব্ৰামৰ বিষয়ে লোকবিলাকক আজ্ঞা দিলে; তাতে সিবিলাকে সৰ্ব্বস্বে সৈতে তেওঁক আৰু তেওঁৰ ভাৰ্য্যাকো আগ বঢ়াই থলেগৈ।

লোটৰ পৰা অব্ৰাম পৃথক হোৱা।

**১৩** পাছে অব্ৰামে সৰ্ব্বস্বে সৈতে তেওঁৰ ভাৰ্য্যাক আৰু লোটকো লগত লৈ, মিচৰ দেশৰ পৰা কনান দেশৰ দক্ষিণ অঞ্চললৈ গল। ২অব্ৰাম পশুৰ জাক আৰু সোণ-ৰূপেৰেও অতিশয় চহকী আছিল। ৩পাছে তেওঁ দক্ষিণ অঞ্চলৰ পৰা যাত্ৰা কৰি কৰি, বৈৎ-এলত, অৰ্থাৎ বৈৎ-এল আৰু অয়ৰ মাজত পূৰ্ব্বে যি ঠাইত তেওঁৰ তাম্বু আছিল, ৪প্ৰথমে নিৰ্ম্মাণ কৰা যজ্ঞবেদিৰ সেই ঠাইত উপস্থিত হল; আৰু তাতে অব্ৰামে যিহোৱাৰ নামেৰে প্ৰাৰ্থনা কৰিলে। ৫আৰু অব্ৰামৰ লগত যোৱা যি লোট, তেওঁৰো মেৰ, ছাগ, আৰু গৰুৰ জাক, আৰু তাম্বু আছিল। ৬এই নিমিত্তে সিবিলাক দুজন একে ঠাইতে থাকিবলৈ দেশে নুজুৰিলে; কিয়নো সিবিলাকৰ সম্পত্তি ইমান অধিক আছিল, যে, সিবিলাক একেলগে থাকিব নোৱৰা হল। ৭অব্ৰামৰ পশু-ৰখীয়া আৰু লোটৰ পশু-ৰখীয়া এই উভয়ৰ মাজত বিবাদ হল; আৰু সেই কালত কনানীয়া আৰু পৰিজ্জীয়াবিলাক সেই দেশত নিবাস কৰিছিল। ৮তাতে অব্ৰামে লোটক কলে, মিনতি কৰিছোঁ, মোৰে তোমাৰে মাজত, আৰু মোৰ পশু-ৰখীয়া ও তোমাৰ পশু-ৰখীয়াৰ মাজত বিবাদ নহওক; কিয়নো আমি পৰস্পৰ জ্ঞাতি। ৯তোমাৰ আগত জানো গোটেইখন দেশ নাই? মই বিনয় কৰিছোঁ, তুমি মোৰ পৰা পৃথক হোৱা; তুমি যদি বাঁওহাতে যোৱা, মই সোঁহাতে যাম; নাইবা তুমি সোঁহাতে গলে, মই বাঁওহাতে যাম। ১০তেতিয়া লোটে যৰ্দ্দন নদীৰ পাৰৰ গোটেইখন সমথললৈ চকু তুলি চাই দেখিলে, যে, চোৱৰলৈকে গোটেইখনেই পানীৰ সুচল, মিচৰ দেশৰ নিচিনা, আৰু যিহোৱাৰ উদ্যানৰ সদৃশ; যিহোৱাই চদোম আৰু ঘমোৰা নগৰ বিনষ্ট কৰাৰ পূৰ্ব্বেই, এই সমথল সেই ৰূপ আছিল। ১১তাতে লোটে যৰ্দ্দনৰ গোটেইখন সমথল আপোনালৈ মনোনীত কৰি, পুব ফাললৈ যাত্ৰা কৰিলে; এই ৰূপে সিবিলাকে ইজনে সিজনৰ পৰা পৃথক হল। ১২অব্ৰাম কনান দেশতে থাকিল, কিন্তু লোট সেই সমথলৰ নগৰ-বোৰত থাকিল, আৰু আপোন তাম্বু লৰাই লৰাই চদোমৰ ওচৰ পালে। ১৩সেই চদোমৰ লোক-বিলাক যিহোৱাৰ দৃষ্টিত অতি দুষ্ট আৰু পাপিষ্ঠ আছিল। ১৪অব্ৰামৰ পৰা লোট পৃথক হৈ যোৱাৰ পাছে, যিহোৱাই অব্ৰামক কলে, তুমি এই যি ঠাইত আছা, এই ঠাইৰ পৰা আপোন চকু তুলি উত্তৰ, দক্ষিণ, পুব, আৰু পশ্চিমলৈ

চোৱা ; [15] কিয়নো তুমি এই যি গোটেইখন দেশ দেখিছা, ইয়াক মই তোমাক আৰু তোমাৰ বংশকো সদাকালৰ নিমিত্তে দিম। [16] আৰু মই তোমাৰ বংশ পৃথিবীৰ ধূলিৰ নিচিনা অসংখ্য কৰিম ; তাতে কোনোৱে যদি পৃথিবীৰ ধূলি গণিব পাৰে, তেন্তে তোমাৰ বংশকো গণিব পাৰিব। [17] উঠা, এই দেশৰ দীঘে পথালিয়ে ফুৰা ; কিয়নো ইয়াক মই তোমাকেই দিম। [18] তেতিয়া অব্ৰামে আপোন তাম্বু তৰি গৈ গৈ, হিব্ৰোণত থকা মম্ৰিৰ এলোন গছবোৰৰ ওচৰত নিবাস কৰিলে, আৰু সেই ঠাইতে তেওঁ যিহোৱাৰ উদ্দেশে এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে।

অব্ৰামে আপোনাৰ ভতিজা পুতেক লোটক ৰক্ষা কৰা, আৰু মল্কীচেদকৰ সাক্ষাৎ হোৱা।

**১৪** পাছে চিনাৰৰ অম্ৰাফল ৰজা, ইল্লাচৰৰ অৰিয়োক ৰজা, এলমৰ কদৰ্লায়োমৰ ৰজা, গোয়ীমৰ তিদিয়ল ৰজাৰ দিনত এনে হল, যে, [2] তেওঁবিলাকে চদোমৰ বিৰা ৰজা, ঘমোৰাৰ বিৰ্চা ৰজা, অদ্মাৰ চিনাব ৰজা, চবোয়ীমৰ চিমেবৰ ৰজা, আৰু বিলা অৰ্থাৎ চোৱৰৰ ৰজাৰে সৈতে ৰণ কৰিলে। [3] যি চিদ্দীম উপত্যকা এতিয়া লবণসমুদ্ৰ হল, সেই উপত্যকাত এওঁবিলাক সকলোৱে গোট খাইছিল। [4] এওঁবিলাকে বাৰ বছৰলৈকে কদৰ্লায়োমৰৰ অধীনে থাকি, ত্ৰয়োদশ বছৰত বিদ্ৰোহী হৈছিল। [5] আৰু চতুৰ্দ্দশ বছৰত কদৰ্লায়োমৰ ৰজাই আপোনাৰ লগৰীয়া ৰজা-বিলাকে সৈতে আহি, অস্তৰোৎকৰ্ণয়িমত ৰফা-য়ীয়াইতক, হামত জজীয়াইতক, চাবি-কিৰিয়া-থয়িমত এমীয়াইতক, [6] আৰু আপোনাবিলাকৰ চেয়ীৰ পৰ্ব্বতত হোৰীয়াইতক, অৰণ্যৰ ওচৰত থকা এল-পাৰণলৈকে সকলোকে পৰাজয় কৰিলে। [7] পাছে সিবিলাকে উভটি অয়িন-মিস্পট অৰ্থাৎ কাদেচলৈ আহি, অমালেকীয়াইতৰ সমুদায় দেশ, আৰু হচচোন-তামৰত থকা ইমোৰীয়াইতকো পৰাজয় কৰিলে। [8] তাতে চদো-মৰ ৰজা, ঘমোৰাৰ ৰজা, অদ্মাৰ ৰজা, চবোয়ীমৰ ৰজা, আৰু বিলা অৰ্থাৎ চোৱৰৰ ৰজাই ওলাই গৈ, [9] এলমৰ কদৰ্লায়োমৰ ৰজা, গয়ীমৰ তিদিয়ল ৰজা, চিনাৰৰ অম্ৰাফল ৰজা, আৰু ইল্লাচৰৰ অৰিয়োক ৰজাৰ অহিতে চিদ্দীম উপত্যকাত বেহ পাতি যুদ্ধ কৰিলে ; চাৰি জন ৰজাই সেই পাঁচ জনৰ লগত যুদ্ধ কৰিলে। [10] সেই চিদ্দীম উপ-ত্যকাত শিলাজতুৰ বহুৎ পুং আছিল ; তাতে চদোমৰ ৰজা আৰু ঘমোৰাৰ ৰজা পলাই যাওঁতে তাত পড়িল ; আৰু অৱশিষ্টবিলাক হলে, পৰ্ব্বতলৈ পলাই গল। [11] আৰু শত্ৰুবোৰে চদোমৰ আৰু ঘমোৰাৰ সকলো সম্পত্তি আৰু খোৱা বস্তুকো লৈ প্ৰস্থান কৰিলে। [12] তাত বাজে সিহঁতে চদোম-নিবাসী অব্ৰামৰ ভতিজা পুতেক লোটক, আৰু তেওঁৰ আটাই সম্পত্তিকো লৈ গল। [13] তেতিয়া পলাই ৰক্ষা পোৱা এজনে আহি, ইব্ৰীয়া অব্ৰামক বাত্তা দিলে ; সেই সময়ত তেওঁ ইষ্কোল আৰু আনেৰৰ ভায়েক ইমোৰীয়া মম্ৰিৰ এলোন গছবোৰৰ ওচৰত নিবাস কৰিছিল, আৰু ইহঁবিলাক অব্ৰামৰ নিয়ম-বন্ধা সহায় আছিল। [14] তেতিয়া অব্ৰামে আপোনাৰ ভতিজা পুতেকক নিয়াৰ বাত্তা শুনিলতেই, তেওঁৰ ঘৰ-ওপজা তিনি শ অঠেৰ জন শিক্ষিত লোকক উলিয়াই লৈ, শত্ৰুবোৰৰ পাছে পাছে দানলৈকে খেদি গল। [15] পাছে ৰাতি তেওঁ আৰু তেওঁৰ বন্দীবিলাক বিভক্ত হৈ, শত্ৰুবোৰক আক্ৰমণ কৰি ঘটালে, আৰু দম্মেচকৰ বাঁওফালে থকা হোবালৈকে সিহঁতৰ পাছে পাছে খেদিলে। [16] আৰু তেওঁ সেই সকলো সম্পত্তি, আৰু তেওঁৰ ভতিজা পুতেক লোট ও তেওঁৰ সম্পত্তিকো, আৰু তিৰুতা মানুহবোৰ ও লোকবিলাককো ওভোটাই আনিলে। [17] এই ৰূপে তেওঁ কদৰ্লা-য়োমৰক আৰু তেওঁৰ লগৰীয়া ৰজাবিলাকক ঘটাই উভটি আহোঁতে, চদোমৰ ৰজাই তেওঁৰে সৈতে সাক্ষাৎ কৰিবলৈ, চাবি উপত্যকা অৰ্থাৎ ৰজাৰ উপত্যকালৈকে ওলাই গল। [18] আৰু চালেমৰ ৰজা মল্কীচেদকে পিঠা আৰু দ্ৰাক্ষাৰস আনিলে ; তেওঁ সৰ্ব্বোপৰি ঈশ্বৰৰ পুৰোহিত। [19] তেওঁ অব্ৰামক আশীৰ্ব্বাদ কৰি কলে, স্বৰ্গ আৰু পৃথিবীৰ অধিকাৰী সৰ্ব্বোপৰি ঈশ্বৰৰ পৰা অব্ৰাম আশীৰ্ব্বাদপ্ৰাপ্ত হওক ; [20] আৰু তোমাৰ শত্ৰুবোৰক তোমাৰ হাতত সমৰ্পণ কৰা সৰ্ব্বোপৰি ঈশ্বৰো ধন্য হওক। তেতিয়া অব্ৰামে সকলো বস্তুৰ দহ ভাগৰ এভাগ তেওঁক দিলে। [21] পাছে চদোমৰ ৰজাই অব্ৰামক কলে, তুমি মানুহবিলাক মোক দিয়া, সম্পত্তিবোৰ হলে তুমি লোৱা।

[২২] তাতে অব্রামে চদোমর রজাক কলে,ময় স্বৰ্গ আৰু পৃথিবীৰ অধিকাৰী সৰ্ব্বোপৰি ঈশ্বৰ যিহোবাৰ নামেৰে হাত দাঙি কৈছোঁ, [২৩] ময় তোমাৰ একোকে, এনে কি, এগছ সূতা, বা জোতাৰ জৰীকো নলওঁ ; নহলে তুমি কবা, ময়হে অব্রামক চহকী কৰিলোঁ। [২৪] কেবল মোৰ ডেকাবিলাকে যি খালে খালেই, আৰু মোৰ লগত যোৱা যি আনেৰ, ইষ্কোল, আৰু মম্রি, ইবিলাকে হলে আপোনাৰ ভাগ লওক।

অব্রামে সৈতে ঈশ্বৰে কৰা নিয়ম।

**১৫** এইবোৰ ঘটনাৰ পাছে, দৰ্শনত অব্রামলৈ যিহোবাৰ বাক্য আহিল, বোলে, হে অব্রাম, তুমি ভয় নকৰিবা ; ময়েই তোমাৰ ঢাল আৰু মহাপুৰস্কাৰস্বৰূপ হৈছোঁ। [২] তাতে অব্রামে কলে, হে প্ৰভু যিহোবা, ময় অপুত্ৰক হৈ ফুৰিছোঁ, আৰু দম্মেচকীয়া ইলীয়েজৰহে মোৰ ঘৰৰ উত্তৰাধিকাৰী হৈছে, এনে স্থলত তুমি মোক কি দিবা ? [৩] পাছে অব্রামে আকৌ কলে, দেখা, তুমি মোক সন্তান নিদিলা ; তাতে চোৱা, মোৰ ঘৰ-ওপজা এজনহে মোৰ উত্তৰাধিকাৰী হব। [৪] তেতিয়া দেখা, যিহোবাৰ বাক্য তেওঁলৈ আহিল, বোলে, সি তোমাৰ উত্তৰাধিকাৰী নহব ; কিন্তু তোমাৰ ঔৰসত জন্মা জনহে তোমাৰ উত্তৰাধিকাৰী হব। [৫] পাছে তেওঁ অব্রামক বাহিৰলৈ নি কলে, তুমি আকাশলৈ চোৱা ; যদি তৰাবোৰ গণিব পাৰা, তেন্তে গণা ; তেওঁ আকৌ অব্রামক কলে, এই ৰূপে তোমাৰ বংশও হব। [৬] তেতিয়া তেওঁ যিহোবাত বিশ্বাস কৰিলত, যিহোবাই তাকেই তেওঁৰ পক্ষে ধাৰ্ম্মিকতা বুলি গণনা কৰিলে। [৭] পাছে যিহোবাই তেওঁক কলে, যি জনাই তোমাৰ অধিকাৰৰ অৰ্থে এই দেশ দিবলৈ, কল্‌দীয়াহঁতৰ উৰ নগৰৰ পৰা তোমাক উলিয়াই আনিলে, সেই যিহোবা ময়েই। [৮] তেতিয়া তেওঁ কলে, হে প্ৰভু যিহোবা, ময় যে ইয়াৰ অধিকাৰী হম, তাক কিহৰ দ্বাৰায় জানিম ? [৯] তাতে যিহোবাই তেওঁক কলে, তুমি এজনী তিনি বছৰীয়া চেঁউৰী গৰু, এজনী তিনি বছৰীয়া ছাগলী, এটা তিনি বছৰীয়া মটা মেৰ ছাগ, এটা কপৌ, আৰু এটা পাৰ পোৱালি মোলৈ আনা। [১০] তেতিয়া তেওঁ সেই সকলোকে আনি সেইবোৰক দুফাল দুফালকৈ কাটি, ইফালৰ আগত সিফাল থলে ; কিন্তু চৰাইবোৰ হলে দুফাল দুফাল নকৰিলে। [১১] পাছে হিংসক পক্ষীবোৰ সেই মৰা পশুবোৰৰ ওপৰত পড়িলত, অব্রামে সেইবোৰক খেদাই দিলে। [১২] পাছে বেলি মাৰ যোৱা সময়ত, অব্রামৰ দোৰ্ঘোৰ টোপনি আহিল ; আৰু দেখা, ত্ৰাসত আৰু মহা-অন্ধকাৰত তেওঁ মগ্ন হল। [১৩] তেতিয়া তেওঁ অব্রামক কলে, তোমাৰ সন্তানবিলাকে যে পৰদেশত প্ৰবাসী হৈ থাকি সিহঁতৰ বন্দী-কাম কৰিব, আৰু সিহঁতে চাৰি শ বছৰলৈকে সিবিলাকক নিকাৰ ভুঞ্জাব, ইয়াক নিশ্চয়ে জানিবা। [১৪] কিন্তু সিবিলাকে যি জাতিৰ বন্দী-কাম কৰিব, ময় সেই জাতিৰেই সোধ-বিচাৰ কৰিম। পাছে সিবিলাক অধিক সম্পত্তিৰে সৈতে বাহিৰ হব। [১৫] কিন্তু তুমি কুশলে তোমাৰ ওপৰ-পিতৃবিলাকৰ ওচৰলৈ যাবা ; অতি বৃদ্ধ অৱস্থাত তোমাক মৈদাম দিয়া হব। [১৬] পাছে চতুৰ্থ পুৰুষত সিবিলাকে এই দেশলৈ উলটি আহিব ; কিয়নো ইমোৰীয়াহঁতৰ অপৰাধ এতিয়ালৈকে সম্পূৰ্ণ নৌ হয়। [১৭] পাছে বেলি মাৰ গৈ আন্ধাৰ হলত, দেখা, ধোঁৱাময় চুলা আৰু জ্বলি থকা আৰিয়া ওলাই, সেই দোডোখৰীয়া শাৰীৰ মাজেদি চলি গল। [১৮] সেই দিনাই যিহোবাই অব্রামে সৈতে এটা নিয়ম স্থিৰ কৰি কলে, ময় মিচৰ জুৰীৰ পৰা ফৰাৎ মহানদীলৈকে এই দেশ [১৯] অৰ্থাৎ কেনীয়া, কনিজ্জীয়া, কদ্‌মোনীয়া, [২০] হিত্তীয়া, পৰিজ্জীয়া, ৰফায়ীয়া, [২১] ইমোৰীয়া, কনানীয়া, গিৰ্গাচীয়া, আৰু যিবূচীয়াহঁতৰ দেশ ময় তোমাৰ বংশক দিম।

ইশ্মায়েলৰ জন্ম।

**১৬** অব্রামৰ ভাৰ্য্যা চাৰীয়ে তেওঁলৈ সন্তান প্ৰসৱ কৰা নাছিল ; আৰু হাগাৰ নামেৰে চাৰীৰ এজনী মিচৰীয়া বেটী আছিল। [২] তাতে চাৰীয়ে অব্রামক কলে, দেখা, সন্তান প্ৰসৱ নকৰিবৰ নিমিত্তে, যিহোবাই মোক বন্ধ্যা কৰিলে ; ময় মিনতি কৰোঁ, তুমি মোৰ বেটীত গমন কৰা ; তাতে কিজানি ময় তাইৰ দ্বাৰায় সন্তান পাম। তেতিয়া অব্রাম চাৰীৰ কথাতে মান্তি হল। [৩] তাতে, অব্রামে কনান দেশত

নিবাস করার দহ বছরর মূরত, অব্রামর ভার্য্যা চারীয়ে আপোন বেটী মিচরীয়া হাগারক নি, তেওঁর স্বামী অব্রামর তিরুতা করি দিলে। [৪] পাছে অব্রামে হাগারত গমন করিলত, তাই গর্ব্ভবতী হল; তাতে তাই নিজকে গর্ব্ভবতি হোৱা জানি, আপোন অধিকারিণীক আপোনার আগত নীহ যেন দেখিলে। [৫] তেতিয়া চারীয়ে অব্রামক কলে, মোলৈ করা এই অন্যায়র নিমিত্তে তুমি দায়ী; ময়েই আপোন বেটীক তোমার বুকত দিলোঁ; কিন্তু তাই এতিয়া নিজকে গর্ব্ভবতী হোৱা জানি মোকেই হেয়জ্ঞান করিছে; যিহোৱাই মোর আরু তোমার সোধ-বিচার করোক। [৬] তাতে অব্রামে চারীক কলে, দেখা, তোমার বেটী তোমার হাততেই; এতেকে যিহকে ভাল দেখা, তাকে তাইলৈ করা। তেতিয়া চারীয়ে হাগারক দুঃখ দিবলৈ ধরিলত, তাই তেওঁর পরা পলাই গল। [৭] পাছে যিহোৱার দূতে অরণ্যর মাজত এটা জলর ভুমুকর ওচরত, অর্থাৎ চূরর বাটত থকা ভুমুকর ওচরত, [৮] তাইক পাই কলে, হেরা চারীর বেটী হাগার, তুমি ক'র পরা আহিছা? আরু কলৈ নো যোৱা? তাতে তাই কলে, ময় আপোন অধিকারিণী চারীর ওচরর পরা পলাই আহিছোঁ। [৯] তেতিয়া যিহোৱার দূতে তাইক কলে, তুমি আপোন অধিকারিণীর ওচরলৈ উভটি গৈ, তেওঁর বশীভূত হোৱা। [১০] যিহোৱার দূতে তাইক আরু কলে, ময় তোমার বংশ ইমান অধিককৈ বৃদ্ধি করিম, যে, বাহুল্যর গুণে তাক গণিবই নোৱরা হব। [১১] যিহোৱার দূতে আকৌ তাইক কলে, দেখা, তুমি গর্ব্ভবতী হৈছা, আরু এটী পুত্র প্রসব করিবা; তুমি তার নাম ইশ্মায়েল রাখিবা; কিয়নো যিহোৱাই তোমার দুঃখর কথা শুনিলে। [১২] সি বনরীয়া গাধস্বরূপ মানুহ হব; তার হাত সকলো মানুহর বিরুদ্ধ, আরু সকলো মানুহর হাত তার বিরুদ্ধ হব; আরু সি আপোনার আটাই ভাইবিলাকর সম্মুখত বসতি করিব। [১৩] তেতিয়া তাই আপোনাকে কথা কোৱা যিহোৱার নাম, তুমি দেখোঁতা ঈশ্বর রাখিলে; কিয়নো তাই কলে, যিহোৱাক দেখার পাছে, ময় ইয়াত দেখি আছোঁ নহয় নে? [১৪] এই হেতুকে সেই নাদর নাম বের-লহয়-রোৱী [দর্শন পাই জীয়াই থকার নাদ] হল; দেখা, সেয়ে কাদেচরে আরু বারদরে মাজত আছে। [১৫] পাছে হাগারে অব্রামলৈ এটী পুত্র প্রসব করিলত, অব্রামে হাগারর গর্ব্ভত জন্মা আপোনার সেই পুত্রর নাম ইশ্মায়েল থলে। [১৬] হাগারে অব্রামলৈ ইশ্মায়েলক প্রসব করা সময়ত, অব্রামর বয়স ছিয়াশী বছর আছিল।

চুন্নৎ করা বিধি স্থাপন।

১৭ অব্রামর নিরানব্বই বছর বয়স হলত, যিহোৱাই অব্রামক দর্শন দি কলে, ময় সর্ব্ব-শক্তিমান ঈশ্বর; তুমি মোর আগত চলাচল করি সিদ্ধ হোৱা। [২] আরু ময় মোরে তোমারে মাজত আপোন নিয়ম স্থির করি, তোমার বংশ অতিশয়রূপে বৃদ্ধি করিম। [৩] তেতিয়া অব্রাম উবুরি হৈ পড়িলত, ঈশ্বরে তেওঁরে সৈতে কথা হৈ কলে, [৪] দেখা, ময়েই তোমারে সৈতে আপোন নিয়ম স্থির করিছোঁ; তাতে তুমি জাতিসমূহর আদিপিতৃ হবা। [৫] তোমার নাম অব্রাম বুলি আরু মতা নহব; কিন্তু তোমার নাম অব্রাহাম্‌হে হব; কিয়নো ময় তোমাক জাতি-সমূহর আদিপিতৃ করিলোঁ। [৬] আরু ময় তোমাক অতিশয়রূপে বহুবংশ করি, তোমার পরা অনেক জাতি করিম; আরু রজাবিলাকো তোমার পরাই উৎপন্ন হব। [৭] ময় তোমার আরু তোমার ভাবি-বংশরো ঈশ্বর হবর নিমিত্তে, পুরুষানুক্রমে সদাকালর এক নিয়ম হবলৈ, মোরে আরু তোমারে ও তোমার ভাবি-বংশরে মাজত আপোন নিয়ম স্থির করিম। [৮] আরু তুমি প্রবাস করা এই দেশ, এই সমুদায় কনান দেশ ময় তোমাক আরু তোমার ভাবি-বংশকো সদাকালর অধিকারর অর্থে দিম; আরু ময় সিবিলাকরো ঈশ্বর হম। [৯] ঈশ্বরে অব্রাহামক আকৌ কলে, তুমি হলে, মোর নিয়মটী পালন করিব লাগে; তুমি আরু তোমার ভাবি-বংশয়ো পুরুষানুক্রমে তাক পালন করিব লাগে। [১০] আরু মোরে তোমালোকরে ও তোমার ভাবি-বংশরে মাজত স্থাপিত মোর যি নিয়ম পালন করিব লাগে, সেয়ে এই, তোমালোকর প্রত্যেক পুরুষর চুন্নৎ হব লাগিব। [১১] তোমালোকে আপোন আপোন লিঙ্গাগ্র-চর্ম্ম ছেদন করিবা; সেয়েই মোরে আরু তোমালোকেরে মাজত স্থাপিত

নিয়মটীর চিন হব। ১২ পুরুষানুক্রমে তোমালোকর প্রত্যেক পুত্র-সন্তানর জন্মর আঁঠ দিনর দিনা চুন্নৎ হব লাগে; ঘর-ওপজা, বা কোনো পরজাতির পরা ধনে-কিনা, তোমার বংশর নোহোৱা এনে তোমার বন্দীয়ো চুন্নৎ হব লাগে। ১৩ তোমার ঘর-ওপজা আৰু তোমার ধনে-কিনা লোকর চুন্নৎ হবই লাগে; এই ৰূপে মোর নিয়মটী তোমালোকর মাংসত সদাকালর নিয়ম হব। ১৪ কিন্তু যার লিঙ্গাগ্র-চর্ম্ম ছেদন করা নহয়, এনে চুন্নৎ নোহোৱা পুৰুষক আপোন লোকর মাজর পরা উচ্ছন্ন করা হব; সি মোর নিয়ম লঙ্ঘন করিলে।

১৫ পাছে ঈশ্বরে অব্রাহামক কলে, তোমার ভার্য্যা চারীর বিষয়ে হলে, তেওঁক চারী বুলি আৰু নেমাতিবা; কিন্তু তেওঁর নাম চারা [রাণী] হব। ১৬ ময় তেওঁক আশীর্ব্বাদ করিম, আৰু তেওঁর পরা তোমাক এটী পুত্রও দিম; এনে কি, ময় তেওঁক আশীর্ব্বাদ দিয়াত, তেওঁ অনেক জাতির আদিমাতৃ হব; আৰু নানা দেশর রজাবিলাকো তেওঁর পরাই উৎপন্ন হব। ১৭ তেতিয়া অব্রাহামে উবুরি হৈ পড়ি, হাঁহি মনতে কলে, এশ বছরীয়া পুৰুষর সন্তান হব নে? আৰু নব্বই বছরীয়া চারাই প্রসব করিব নে? ১৮ পাছে অব্রাহামে ঈশ্বরক কলে, তোমার আগত ঈশ্মায়েল জীয়াই থাকিলেই মোর বড় সন্তোষ। ১৯ তাতে ঈশ্বরে কলে, নহয়, তোমার ভার্য্যা চারাই তোমালৈ এটী পুত্র প্রসব করিব, আৰু তুমি তার নাম ইচ্‌হাক [হাস্য] রাখিবা; তার ভাবি-বংশর নিমিত্তে সদাকালর নিয়ম হবলৈ, ময় তারে সৈতে আপোন নিয়মটী স্থির করিম। ২০ আৰু ঈশ্মায়েলর বিষয়ে হলে, ময় তোমার কথা শুনিলোঁ; দেখা, ময় তাক আশীর্ব্বাদ করিলোঁ; তাকো বহুবংশ করিম, আৰু তার সন্তান-সন্ততি অতিশয়ৰূপে বৃদ্ধি করিম; তার ঔরসত বার জন অধিপতি জন্মিব, আৰু তার পরা ময় এক মহাজাতি উৎপন্ন করিম। ২১ কিন্তু অহা বছরর এই সময়তে চারাই তোমালৈ যাক প্রসব করিব, সেই ইচ্‌হাকে সৈতেহে ময় আপোন নিয়মটী স্থির করিম। ২২ এই ৰূপে ঈশ্বরে অব্রাহামে সৈতে কথাবার্ত্তা হৈ এঁটাই, তেওঁর ওচরর পরা ওপরলৈ গল। ২৩ পাছে অব্রাহামে আপোনার পুতেক ঈশ্মায়েলক, আৰু আপোনার ঘর-ওপজা আৰু আপোনার ধনে-কিনা সকলোকে, অর্থাৎ অব্রাহামর ঘরত যিমান পুৰুষ আছিল, সেই আটাইকে নি, ঈশ্বরে তেওঁক আজ্ঞা দিয়ার দরে, সেই দিনাই সকলোরে লিঙ্গাগ্র-চর্ম্ম ছেদন করিলে। ২৪ অব্রাহামে আপোন লিঙ্গাগ্র-চর্ম্ম ছেদন করা সময়ত, তেওঁর বয়স নিরানব্বই বছর আছিল। ২৫ আৰু লিঙ্গাগ্র-চর্ম্ম ছেদন করা সময়ত, তেওঁর পুত্র ঈশ্মায়েলর বয়স তের বছর আছিল। ২৬ সেই একে দিনাই অব্রাহাম আৰু তেওঁর পুত্র ঈশ্মায়েল, এই দুয়োরো চুন্নৎ করা হল। ২৭ আৰু ঘর-ওপজা, বা কোনো পরজাতির পরা ধনে-কিনা তেওঁর ঘরর সকলো পুৰুষরে তেওঁর লগত চুন্নৎ করা হল।

ইচ্‌হাকর জন্মর বিষয়ে ঈশ্বরর প্রতিজ্ঞা।
চদোমর কারণে অব্রাহামর প্রার্থনা।

১৮ তার পাছে যিহোৱাই মম্রির এলোন গছবোরর ওচরত অব্রাহামক দর্শন দিলে। তেওঁ দিনর রদর তাপর সময়ত, আপোন তাম্বু-ঘরর দুবার-মুখত বহি আছিল; ২ এনেতে তেওঁ মূর দাঙি চাই, তেওঁর সম্মুখত তিনি জন পুৰুষক থিয় হৈ থকা দেখিলে; দেখামাত্রে, তেওঁবিলাকে সৈতে সাক্ষাৎ করিবলৈ, তেওঁ তাম্বু-ঘরর দুবার-মুখর পরা লরি গৈ, মাটিত পড়ি প্রণিপাত করি ৩ কলে, হে মোর প্রভো, বিনয় করোঁ, যদি ময় আপোনার দৃষ্টিত অনুগ্রহপ্রাপ্ত হৈছোঁ, তেন্তে আপোনার এই দাসর ওচরর পরা আগ নেবাঢ়িব। ৪ বিনয় করোঁ, অলপ পানী আনি দিওঁ; আপোনালোকে ভরি ধুই গছজোপার তলতে বিশ্রাম করোক। ৫ আৰু ময় অলপমান আহারো আনি দিওঁ; তারেই আপোনালোকর প্রাণ জুরাওক, পাছে যাবগৈ; কিয়নো ইয়ার নিমিত্তেই আপোনালোকর দাসর ওচরলৈ আপোনালোক আহিল। তাতে তেওঁবিলাকে কলে, বারু, তুমি কোৱার দরেই করা। ৬ তেতিয়া অব্রাহামে বেগাই তাম্বু-ঘরলৈ চারার ওচরলৈ গৈ কলে, তুমি বেগতে তিনি চেয়া জোখর উত্তম মিহি আটা লৈ খচি, কেইটামান পিঠা যুগুত করা। ৭ পাছে অব্রাহামে জাকলৈ লরি গৈ, এটী উত্তম আৰু কোমল দামুরি আনি

এটা বন্দীক দিলে; তাতে সি গৈ বেগাই তাক রান্ধিলে। ৮ তেতিয়া তেওঁ দধি, দুগ্ধ, আরু দামুরির রন্ধা মঙহ নি, তেওঁবিলাকর আগত দিলে; আরু তেওঁবিলাকে ভোজন করোঁতে, নিজে তেওঁবিলাকর ওচরত গছজোপার তলতে থিয় হৈ থাকিল। ৯ পাছে তেওঁবিলাকে তেওঁক সুধিলে, তোমার ভার্য্যা চারা ক'ত আছে? তেওঁ কলে, দেখোক, তাম্বু-ঘরতে আছে। ১০ তেতিয়া তেওঁবিলাকর এজনে কলে, অহা বছরর এই সময়ত, ময় অবশ্যে তোমার ওচরলৈ আকৌ আহিম; তাতে দেখা, সেই কালত তোমার ভার্য্যা চারার এটী পুত্র হব; এই কথা তেওঁর পাছফালে থকা তাম্বু-ঘরর দুরার-মুখত থাকি চারাই শুনিলে। ১১ সেই সময়ত অব্রাহাম আরু চারা বুঢ়া, আরু অতিশয় বৃদ্ধ আছিল; আরু চারার স্ত্রী-আচারো লুপ্ত হৈছিল। ১২ এই হেতুকে চারাই আপোনার মনতে হাঁহি কলে, মোর এই জীর্ণাবস্থাত মোর এনে আনন্দ হব নে? আরু মোর প্রভুও বৃদ্ধ। ১৩ তেতিয়া যিহোৱাই অব্রাহামক কলে, ময় বুঢ়ীয়ে সঁচাকৈয়ে পুত্র প্রসব করিম নে? এই বুলি কৈ চারাই কিয় হাঁহিলে? ১৪ যিহোৱার জানো কোনো কথা দুঃসাধ্য আছে? অহা বছরর এই সময়ত ময় তোমার ওচরলৈ আকৌ আহিম, আরু চারার এটী পুত্র হব। ১৫ তাতে চারাই আসৈ করি কলে, ময় হঁহা নাই; কিয়নো তেওঁ ভয় করিছিল। কিন্তু যিহোৱাই কলে, নহয়, তুমি হাঁহিলা।

১৬ পাছে সেই পুরুষ কেইজনাই তার পরা উঠি চদোমর ফাললৈ মুখ করি গলত, অব্রাহামে তেওঁবিলাকক আগ বঢ়াই থবলৈ, তেওঁবিলাকর লগে লগে গল। ১৭ তাতে যিহোৱাই কলে, ময় যি করিম, তাক অব্রাহামর পরা লুকুৱাই রাখিম নে? ১৮ কারণ অব্রাহামর পরা স্বরূপেই এক মহান আরু পরাক্রমী জাতি হব; আরু তেওঁতেই পৃথিবীর সমুদায় জাতি আশীর্ব্বাদপ্রাপ্ত হব। ১৯ কিয়নো যিহোৱাই অব্রাহামর বিষয়ে কোৱা কথা তেওঁলৈ সিদ্ধ করিবর নিমিত্তে, তেওঁর ভাবি-সন্তান আরু পরিয়ালবিলাকে ধার্ম্মিক আরু ন্যায় আচরণ করি যিহোৱার পথত চলিবলৈ, তেওঁ যেন সিবিলাকক আজ্ঞা দিব, এই নিমিত্তে ময় তেওঁক মনোনীত করিছোঁ। ২০ পাছে যিহোৱাই কলে, চদোম আরু ঘমোরাবিষয়ক চিঁয়র অতি বড়, আরু সিহঁতর পাপ অতিশয় গুরুতর; ২১ এই কারণে মোর কাণত পড়া তার চিঁয়রর দরে, সিহঁতে সকলোভাবে করিছে নে নাই, তাক চাবলৈ ময় নামি যাওঁ; যদি নহয়, তেন্তে জানিম। ২২ তেতিয়া সেই পুরুষ কেইজনাই তার পরা মুখ ঘুরাই চদোমর ফাললৈ গল; কিন্তু অব্রাহাম তেতিয়াও যিহোৱার সম্মুখত থিয় হৈ আছিল। ২৩ পাছে অব্রাহামে ওচর চাপি গৈ সুধিলে, আপুনি দুষ্টর লগত ধার্ম্মিককো সংহার করিব নে? ২৪ সেই নগরর মাজত কিজানি পঞ্চাশ জন ধার্ম্মিক লোক আছে; পাছে তাত থকা সেই পঞ্চাশ জন ধার্ম্মিকর নিমিত্তে সেই ঠাইলৈ ক্ষমা নিদি, আপুনি তাক সংহার করিব নে? ২৫ দুষ্টর লগত ধার্ম্মিকর প্রাণ লোৱা এনে কর্ম্ম আপোনার পরা দূর হওক; ধার্ম্মিক লোকক দুষ্টর সমান করাও আপোনার পরা দূর হওক; সমুদায় পৃথিবীর বিচারকর্ত্তা জনাই জানো ন্যায়-বিচার নকরিব? ২৬ তাতে যিহোৱাই কলে, ময় যদি চদোমত নগরর ভিতরত পঞ্চাশ জন ধার্ম্মিক পাওঁ, তেন্তে সিবিলাকর কারণেই ময় সেই গোটেইখন ঠাইলৈ ক্ষমা দিম। ২৭ অব্রাহামে উত্তর করি কলে, দেখোক, ধূলি আরু ছাই মাথোন যি ময়, ময়ে প্রভুর আগত কথা কবলৈ সাহ করিছোঁ; ২৮ কিজানি পঞ্চাশ জনর পাঁচ জন কম হব; পাছে আপুনি সেই পাঁচ জনর নিমিত্তেই গোটেইখন নগরকে বিনষ্ট করিব নে? তাতে তেওঁ কলে, ময় তাত পঞ্চল্লিশ জন পালেও তাক বিনষ্ট নকরোঁ। ২৯ তথাপি তেওঁ আকৌ তেওঁক কলে, কিজানি তাত চল্লিশহে পোৱা যায়। তেওঁ কলে, ময় চল্লিশর নিমিত্তেও নকরোঁ। ৩০ তাতে তেওঁ কলে, বিনয় করোঁ, প্রভুৱে ক্রোধ নকরোক, ময় আরু কওঁ; কিজানি তাত ত্রিশহে পোৱা যায়। তেওঁ কলে, ময় যদি তাত ত্রিশকে পাওঁ, তথাপি নকরোঁ। ৩১ পাছে তেওঁ কলে, দেখোক, ময় প্রভুর আগত আকৌ কথা কবলৈ সাহ করিছোঁ; কিজানি তাত বিশ জন পোৱা যায়। তেওঁ কলে, বিশ জনর নিমিত্তেও ময় বিনষ্ট নকরোঁ। ৩২ আকৌ তেওঁ কলে, প্রভুৱে ক্রোধ নকরোক; ময় কেবল আরু এবারহে

মাথোন কওঁ; কিজানি তাত দহ জনহে পোৱা যায়। তাতে তেওঁ কলে, ময় দহ জনর নিমিত্তেও বিনষ্ট নকরোঁ। ৩৩ পাছে যিহোৱাই অব্ৰাহামে সৈতে কথোপকথন করি এঁটাই, আপোন বাটেদি গুচি গল, আরু অব্ৰাহামো আপোন ঠাইলৈ উভটি আহিল।

চদোমর বিনাশ। মোৱাব আরু অম্মোনর উৎপত্তি।

**১৯** পাছে গধূলি পরত সেই দুজন দূত চদোম নগর পালেগৈ; তেতিয়া লোট নগরর দুৱার-মুখত বহি আছিল; তাতে লোটে দেখা পাই, তেওঁবিলাকে সৈতে সাক্ষাৎ করিবলৈ উঠি গল; আরু মাটিত মুখ লগাই প্রণিপাত করি কলে, ২ হে মোর প্রভুসকল, বিনয় করোঁ, আপোনালোকর এই দাসর ঘরতে সোমাই আজি রাতি থাকোক, আরু ভরিও ধোৱক; পাছে রাতিপুৱা উঠি আপোন বাটেদি গুচি যাব। তাতে তেওঁবিলাকে কলে, নহয়, আমি রাতি চকতেই থাকিমহঁক। ৩ পাছে লোটে বড়কৈ ধরিলত, তেওঁবিলাকে তেওঁর আলহি হবলৈ, বাট এরি তেওঁর ঘরত সোমাল; তেতিয়া তেওঁ তেওঁবিলাকর নিমিত্তে খমীর নিদিয়া পিঠা যুগুত করি, এসাঁজ খাবলৈ দিলত, তেওঁবিলাকে খালে। ৪ কিন্তু তেওঁবিলাক শয়ন করার পূর্ব্বেই, নগরর পুরুষবিলাক, অর্থাৎ চদোমর লরা বুঢ়া আদি সকলো লোকবিলাক চারিওফালর পরা আহি, তেওঁর ঘর বেরি ধরিলেহি। ৫ আরু সিহঁতে লোটক মাতি কলে, আজি রাতি যি কেইজন পুরুষ তোমার ইয়াত সোমাল সিহঁত ক'ত আছে? সিহঁতক আমার ওচরলৈ উলিয়াই আনা, সিহঁতর পরিচয় লওঁ। ৬ তেতিয়া লোটে দুৱারেদি ওলাই সিহঁতর ওচরলৈ গৈ, আপোনার পাছতে দুৱার জপাই কলে, ৭ হে ভাইসকল, ময় বিনয় করিছোঁ, এনে কুব্যবহার নকরিবা; ৮ দেখা, পুরুষে স্পর্শ নকরা মোর দুজনী জী আছে, সিহঁতকে তোমালোকর ওচরলৈ উলিয়াই আনো; তোমালোকে যিহকে করিবলৈ ভাল দেখা, তাকে সিহঁতলৈ করা; কিন্তু এই পুরুষবিলাকক হলে একো নকরিবা; কিয়নো ইয়ার নিমিত্তেই তেওঁবিলাকে মোর ঘরর ছাঁত আশ্রয় লৈছে। ৯ তেতিয়া সিহঁতে কলে, তেহেলৈকে যা। সিহঁতে আকৌ কলে, এইটো মানুহ প্রবাসী হবলৈ আহি, এতিয়া সোধারু হব খুজিছে; সিহঁততকৈ আমি তোরহে এতিয়া বেয়া করিম। তাতে সিহঁতে লোটক বড়কৈ ঠেলা মারি দি, দুৱার ভাঙিবলৈ চাপি গল। ১০ তেতিয়া সেই দুজন পুরুষে হাত মেলি, লোটক ঘরর ভিতরলৈ আপোনাবিলাকর ওচরলৈ টানি নি, দুৱার বন্ধ করিলে; ১১ আরু ঘরর দুৱার-মুখত থকা সরু বড় সকলো মানুহকে কণা করিলে; তাতে সিহঁতে দুৱার বিচারি বিচারি হায়রাণ হল। ১২ পাছে সেই পুরুষ দুজনে লোটক কলে, এই ঠাইত তোমার আরু কোনোবা আছে নে? জোঁৱাই, পো, জী, আদি করি তোমার যি যি লোক এই নগরত আছে, সেই সকলোকে এই ঠাইর পরা উলিওৱা; ১৩ কিয়নো আমি এই ঠাই বিনষ্ট করিম; কারণ যিহোৱার সাক্ষাতে ইহঁতর বিষয়ে চিঁঞর বড়কৈ উঠিছে; এই নিমিত্তে ইয়াক বিনষ্ট করিবলৈ যিহোৱাই আমাক পঠাইছে। ১৪ তেতিয়া লোটে বাহিরলৈ গৈ, আপোনার জীয়েকহঁতক বিয়া করি নিয়া জোঁৱায়েকবিলাকক কলে, উঠা, এই ঠাইর পরা ওলোৱা; কিয়নো যিহোৱাই এই নগর বিনষ্ট করিব। কিন্তু জোঁৱায়েকহঁতে তেওঁক ধেমালি করা যেন বুজিলে। ১৫ পাছে রাতি পুৱালত, সেই দুজন দূতে লোটক বেগাবেগি করাই কলে, উঠা, তোমার তিরুতাক, আরু ইয়াত থকা তোমার দুজনী জীয়েরাক লোৱা; নহলে নগরর দণ্ডেরে তুমিও বিনষ্ট হবা। ১৬ কিন্তু তেওঁ পলম করি থকাত, তেওঁলৈ যিহোৱার দয়া থকা হেতুকে, সেই পুরুষ দুজনে তেওঁক, তেওঁর তিরুতাক, আরু তেওঁর দুজনী জীয়েককো হাতত ধরি উলিয়াই নি, নগরর বাহিরকৈ থলেগৈ। ১৭ এই রূপে সিবিলাকক বাহির করিলত, তেওঁ-বিলাকর এজনে লোটক কলে, প্রাণরক্ষার অর্থে পলোৱা; পাছলৈ নেচাবা, আরু এই সমথলর কোনো ঠাইত নেথাকিবা; পর্ব্বতটোলৈ পলাই যোৱা; নহলে বিনষ্ট হবা। ১৮ তাতে লোটে তেওঁবিলাকক কলে, হে মোর প্রভো, তেনে নহওক; ১৯ দেখোক, আপোনার দাসে আপোনার দৃষ্টিত অনুগ্রহ পাইছে, আরু মোর প্রাণ রাখি, আপুনি মোলৈ মহাদয়া করিলে; কিন্তু

ময় পৰ্ব্বত্‌টোলৈ পলাই যাব নোৱাৰোঁ ; পাছে জানো সেই আপদে মোক পালে, ময় মৰোঁ। ২০ চাওকছোন, সৌখন নগৰলৈকে পলাবলৈ ওচৰ, আৰু সি সৰুও ; তালৈকে পলাবলৈ আজ্ঞা দিওক ; সি জানো সৰু নহয় ? তাতেই মোৰ প্ৰাণ ৰক্ষা পৰিব। ২১ তেতিয়া তেওঁ কলে, বাৰু, ময় এই বিষয়েও তোমালৈ অনুগ্ৰহ কৰি, সেই যি নগৰৰ কথা কৈছা, তাক ময় উচ্ছন্ন নকৰোঁ ; ২২ বেগাই সেই ঠাইলৈকে পলোৱা ; কিয়নো তুমি সেই ঠাই নোপোৱা-মানে, ময় একো কৰিব নোৱাৰোঁ। এই হেতুকে সেই নগৰৰ নাম চোৱৰ [সৰু] বুলি মতা হল। ২৩ পাছে পৃথিবীত সূৰ্য্য উদয় হলত, লোট চোৱৰ পালেগৈ। ২৪ এনেতে যিহোৱাই আপোনাৰ ওচৰৰ পৰা, আকাশৰ পৰা, চদোম আৰু ঘমোৰাৰ ওপৰলৈ গন্ধক আৰু অগ্নি বৰষাই, ২৫ সেই নগৰবোৰ, গোটেইখন সমথল, নগৰৰ সমুদায় নিবাসীবিলাক, আৰু ভূমিত গজা বস্তু-বোৰ সংহাৰ কৰিলে। ২৬ কিন্তু লোটৰ তিৰুতাই তেওঁৰ পাছফালৰ পৰা উভটি চালে ; তাতে তাই লবণৰ স্তম্ভ হল। ২৭ পাছে অব্ৰাহামে পুৱাতে উঠি, পূৰ্ব্বে যি ঠাইত যিহোৱাৰ সাক্ষাতে থিয় হৈছিল, সেই ঠাইলৈ গৈ, ২৮ চদোম আৰু ঘমোৰা, আৰু সেই গোটেইখন সমথলৰ ফাললৈ চাই, অগ্নিকুণ্ডৰ ধুঁৱাৰ দৰে সেই দেশৰ ধুঁৱা উঠা দেখিলে।

২৯ ঈশ্বৰে সমথলৰ নগৰবোৰ উচ্ছন্ন কৰা সময়ত, ঈশ্বৰে অব্ৰাহামক সোঁৱৰণ কৰিলে ; আৰু লোটে বাস কৰা নগৰবোৰ সংহাৰ কৰা সময়ত, লোটক সেই সংহাৰৰ মাজৰ পৰা তেওঁ উলিয়াই পঠালে।

৩০ তাৰ পাছে লোটে চোৱৰৰ পৰা ওলাই গৈ, আপোনাৰ দুজনী জীয়েকে সৈতে পৰ্ব্বত-টোত নিবাস কৰিলেগৈ ; কিয়নো তেওঁ চোৱৰত নিবাস কৰিবলৈ ভয় কৰিছিল ; তেওঁ আপো-নাৰ দুজনী জীয়েকে সৈতে এটা গুহাত বাস কৰিলে। ৩১ পাছে বড় জনীয়ে সৰু জনীক কলে, আমাৰ পিতৃ বৃদ্ধ, আৰু গোটেই সংসাৰৰ ব্যৱহাৰৰ দৰে আমাত গমন কৰিবলৈ, এই দেশত কোনো পুৰুষ নাই ; ৩২ আহাঁ, আমাৰ পিতৃৰ পৰা বংশ ৰাখিবৰ নিমিত্তে, আমাৰ পিতৃক দ্ৰাক্ষাৰস পান কৰাই তেওঁৰ লগত আমি শয়ন কৰোঁহঁক। ৩৩ তাতে সিহঁতে সেই ৰাতি আপোনাৰ বাপেকক দ্ৰাক্ষাৰস পান কৰালত, বড় জনীয়ে সোমাই গৈ, তেওঁৰ লগত শয়ন কৰিলে ; কিন্তু তাই শোৱা, আৰু উঠি যোৱাৰো তেওঁ গম নেপালে। ৩৪ পাছে পাছদিনা বড় জনীয়ে সৰু জনীক কলে, দেখা, কালি ৰাতি পিতৃৰ লগত ময় শয়ন কৰিলোঁ ; আহাঁ, আজি ৰাতিও আমি পিতৃক দ্ৰাক্ষাৰস পান কৰাওঁ ; পাছে আমাৰ পিতৃৰ পৰা বংশ ৰাখিবৰ নিমিত্তে, তুমিও সোমাই গৈ, তেওঁৰ লগত শয়ন কৰিবা ; ৩৫ তাতে সিহঁতে সেই ৰাতিও আপোনাৰ বাপেকক দ্ৰাক্ষাৰস পান কৰালত, সৰু জনীয়ে উঠি গৈ, তেৱেঁ সৈতে শয়ন কৰিলে ; কিন্তু তায়ো শোৱাৰ আৰু উঠি যোৱাৰ গম তেওঁ নেপালে। ৩৬ এই ৰূপে লোটৰ দুয়ো জনী জীয়েক আপোন বাপে-কৰ পৰাই গৰ্ভৱতী হল। ৩৭ পাছে বড় জনীয়ে এটী পুত্ৰ প্ৰসৱ কৰি, তাৰ নাম মোৱাব ৰাখিলে ; সিয়েই আজি-কালিৰ মোৱাবীয়াহঁতৰ আদি-পিতৃ। ৩৮ আৰু সৰু জনীয়েও এটী পুত্ৰ প্ৰসৱ কৰি, তাৰ নাম বিন্‌অম্মী থলে ; সিয়েই আজি-কালিৰ অম্মোনীয়াহঁতৰ আদিপিতৃ।

### অবীমেলকৰ তাত চাৰাৰ সতীত্ব ৰক্ষা।

২০ পাছে অব্ৰাহামে সেই ঠাইৰ পৰা কনানৰ দক্ষিণ অঞ্চললৈ যাত্ৰা কৰি, কাদেচ আৰু চূৰৰ মাজ ঠাইত থাকিল, আৰু গৰাৰত প্ৰবাস কৰিলে। ২ আৰু অব্ৰাহামে আপোন ভাৰ্য্যা চাৰাৰ বিষয়ে কলে, এওঁ মোৰ ভনী ; তাতে গৰাৰৰ ৰজা অবীমেলকে মানুহ পঠাই চাৰাক নিয়ালে। ৩ কিন্তু ৰাতি সপোনত ঈশ্বৰে অবীমেলকৰ ওচৰলৈ আহি, তেওঁক কলে, দেখা, তুমি অনা তিৰুতাৰ কাৰণে তুমি মৰিব লাগিব ; কিয়নো তেওঁ এজন পুৰুষৰ ভাৰ্য্যা। ৪ (কিন্তু অবীমেলক সেই তিৰুতাৰ ওচৰলৈ যোৱা নাছিল) তেতিয়া তেওঁ কলে, হে প্ৰভো, আপুনি নিৰ্দ্দোষী জাতিকো সংহাৰ কৰিব নে ? ৫ এওঁ মোৰ ভনী, এই বুলি তেওঁ জানো নিজে মোক কোৱা নাই ? আৰু সেই তিৰুতায়ো নিজে, এওঁ মোৰ ককাই বুলি জানো কোৱা নাই ? মোৰ সৰল মনেৰে আৰু নিৰ্দ্দোষী হাতেৰেহে ময় ইয়াক কৰিলোঁ।

[6] তেতিয়া ঈশ্বরে সপোনত তেওঁক কলে, হয়, তুমি যে সরল মনেরে ইয়াক করিলা, তাক ময় জানিছোঁ, আরু মোর অহিতে পাপ নকরাকৈ তোমাক রাখিলোঁও; এই হেতুকে তেওঁক স্পর্শ করিবলৈ তোমাক নিদিলোঁ। [7] এতেকে এতিয়া সেই পুরুষর ভার্য্যাক ওভোটাই দিয়া; কিয়নো তেওঁ এজন ভাববাদী, আরু তেওঁ তোমার অর্থে প্রার্থনা করিব; তাতে তুমি জীবা। কিন্তু যদি ওভোটাই নিদিয়া, তেন্তে তুমি নিশ্চয়ে সপরিবারে মরিবা, ইয়াকে জানিবা। [8] পাছে অবীমেলকে অতি রাতিপুৱাতে উঠি আপোন পাত্রমন্ত্রীবিলাকক মাতি, এই সকলো কথা আটায়ে শুনাকৈ সিবিলাকর আগত কলে; তাতে সেই মানুহবিলাকর অতিশয় ভয় লাগিল। [9] তেতিয়া অবীমেলকে অব্রাহামক মাতি আনি কলে, তুমি আমালৈ এইটো কি কাম করিলা? তুমি যে মোক, আরু মোর রাজ্যক এনে মহাপাপগ্রস্ত করিলা, ময় নো তোমার কি দোষ করিলোঁ? তুমি মোলৈ করিব নলগা কর্ম্ম করিলা। [10] অবীমেলকে অব্রাহামক আরু কলে, তুমি কি দেখি এনে কার্য্য করিলা? [11] তেতিয়া অব্রাহামে কলে, স্বরূপেই এই ঠাইত ঈশ্বরলৈ ভয় নাই, এতেকে মোর তিরুতার কারণে ইহঁতে মোক বধ করিব, ইয়াকে ময় ভাবিছিলোঁ। [12] আরু বাস্তবিকে তেওঁ মোর ভনীও হয়; তেওঁ মোর পিতৃর জীয়েক, কিন্তু মোর মাতৃর জীয়েক নহয়; এতেকে তেওঁ মোর তিরুতা হল। [13] ঈশ্বরে মোক আপোন পিতৃর ঘরর পরা ভ্রমণ করোৱা কালত, ময় তেওঁক কৈছিলোঁ, তুমি মোলৈ এই অনুগ্রহ করিবা, যে, যি যি ঠাইলৈকে আমি যাওঁ, সেই সেই ঠাইতে মোর বিষয়ে, তেওঁ মোর ককাই, এই বুলি কবা। [14] পাছে অবীমেলকে মের, ছাগ, গরু, আরু বন্দী-বেটীকো আনি অব্রাহামক দিলে, আরু অব্রাহামর ভার্য্যা চারাকো ওভোটাই দিলে। [15] আরু অবীমেলকে কলে, দেখা, মোর দেশখনেই তোমার আগত আছে; তোমার চকুরে যতে ভাল দেখা, ততে থাকা। [16] আরু তেওঁ চারাকো কলে, দেখা, তোমার ককায়েরাক ময় এক হাজার রূপ দিছোঁ; তোমালৈ যি যি ঘটিছিল, সেই সকলোরে নিমিত্তে সেয়ে তোমার চকুর আবরণস্বরূপ হব; ইয়ারেই সকলো বিষয়ে তোমার বিচার নিস্পত্তি করা হল। [17] পাছে, অব্রাহামে ঈশ্বরর আগত প্রার্থনা করিলত, ঈশ্বরে অবীমেলকক, তেওঁর ভার্য্যাক, আরু তেওঁর দাসীইঁতকো সুস্থ করিলে; তাতে সিহঁতে সন্তান প্রসব করিলে। [18] কিয়নো যিহোৱাই অব্রাহামর ভার্য্যা চারার কারণে, অবীমেলকর ঘরত থকা সকলোবিলাকর গর্ত্ত বন্ধ করিছিল।

ইচ্হাকর জন্ম। ইশ্মায়েলক খেদি দিয়া। অবীমেলকে সৈতে অব্রাহামে স্থাপন করা নিয়ম।

২১ পাছে যিহোৱাই আপোন বাক্যর দরেই, চারালৈ অনুগ্রহ প্রকাশ করিলে; আরু যিহোৱাই যি কৈছিল, তাক তেওঁ চারালৈ সিদ্ধও করিলে। [2] চারাই গর্ত্তবতী হৈ, ঈশ্বরে অব্রাহামক কোৱা সেই নিরূপিত সময়ত, তেওঁর বৃদ্ধ কালত তেওঁলৈ এটী পুত্র প্রসব করিলে। [3] তেতিয়া অব্রাহামে, চারাই তেওঁলৈ প্রসব করা, চারার গর্ত্তত জন্মা সেই আপোন পুত্রর নাম ইচ্হাক রাখিলে। [4] পাছে অব্রাহামে আপোন পুত্র ইচ্হাকর জন্মর আঁঠ দিনর দিনা, ঈশ্বরর আজ্ঞা অনুসারে তার চুন্নৎ করিলে। [5] অব্রাহামর পুত্র ইচ্হাকর জন্মর সময়ত, তেওঁর এশ বছর বয়স আছিল। [6] পাছে চারাই কলে, ঈশ্বরে মোক হঁহুৱালে; আরু শুনাবিলাকর প্রতিজনেও মোর বিষয়ে হাঁহিব। [7] তেওঁ আরু কলে, চারাই সন্তানবোরক পিয়াহ দিব, এনে কথা অব্রাহামক কোনে কব পারিলেহেঁতেন? কিয়নো ময় এতিয়া তেওঁর বুঢ়া কালত তেওঁলৈ এটী পুত্র প্রসব করিলোঁ।

[8] পাছে লরা বুজন হলত, পিয়াহ এরুৱালে; আরু ইচ্হাকক পিয়াহ এরুউৱা দিনা, অব্রাহামে বড় ভোজ পাতিলে। [9] পাছে চারাই, মিচরীয়া হাগারে আব্রাহামলৈ প্রসব করা পুত্রই পরিহাস করা দেখিলে। [10] তাতে তেওঁ অব্রাহামক কলে, তুমি এই বেটীক আরু এইর পুতেকক খেদি দিয়া; কিয়নো মোর পুত্র ইচ্হাকে সৈতে এই বেটীর পুতেক উত্তরাধিকারী নহব। [11] এই কথা শুনি অব্রাহামে পুতেকর নিমিত্তে অতিশয় অসন্তুষ্ট হল। [12] কিন্তু ঈশ্বরে অব্রাহামক কলে,

লরাটীর আৰু তোমার সেই বেটীর কারণে সেই কথাত তুমি অসন্তুষ্ট নহবা ; চারাই তোমাক কোৱা সকলো কথা তুমি শুনা ; কিয়নো ইচ্হাকর পরাহে তোমার বংশ তোমার বুলি বিখ্যাত হব। [১৩]আৰু সেই বেটীর পুতেক তোমার সন্তান হোৱা হেতুকে, ময় তার পরাও এক জাতি উৎপন্ন করিম। [১৪]তাতে অব্রাহামে নিচেই পুৱাতে উঠি, পিঠা, আৰু পানীরে ভরা এটা মোট লৈ, হাগারর কান্ধত তুলি, আৰু লরাকো সোধাই দি, তাইক বিদায় করিলে ; তাতে তাই গুচি গৈ বের-চেবা অরণ্যত ভ্রমি ফুরিলে। [১৫]পাছে সেই মোটর পানী ঢুকালত, হাগারে এটা জোপার তলত লরা এরি থৈ, [১৬]নিজে তার সম্মুখর পরা এক কাঁড়র বাটমান আঁতরত বহিলগৈ ; কিয়নো তাই কলে, লরার মৃত্যু ময় নেচাওঁ। এতেকে তাই তার সম্মুখর পরা আঁতরত বহি, রাওজুরি কান্দিবলৈ ধরিলে। [১৭]তেতিয়া ঈশ্বরে লরাটীর মাত শুনিলত, ঈশ্বরর দূতে আকাশর পরা মাতি কলে, হেরা হাগার, তোমার কি হল ? ভয় নকরিবা ; কিয়নো তেনে অৱস্থাত থকা লরাটীর মাত ঈশ্বরে শুনিলে। [১৮]উঠা, লরাটীক তুলি হাতেরে ধরাগৈ ; কিয়নো ময় তার পরা এক মহাজাতি উৎপন্ন করিম। [১৯]তেতিয়া ঈশ্বরে তাইর চকু মুকলি করিলত, তাই পানীর এটা ভুমুক দেখিলে ; তাতে তাই গৈ, মোটত পানী ভরাই নি লরাক পান করালে। [২০]পাছে ঈশ্বর সেই লরার সহায় হোৱাত, সি ডাঙর হৈ অরণ্যত বাস করি ধনুর্দ্ধর হল। [২১]সি পারণ অরণ্যত বসতি করিলে ; পাছে তার বিবাহর অর্থে মাকে মিচর দেশর পরা এজনী ছোৱালী আনিলে।

[২২]সেই কালত অবীমেলকে, আৰু ফীখোল নামেরে তেওঁর প্রধান সেনাপতিয়ে অব্রাহামক কলে, তুমি করা সকলো কার্য্যতে ঈশ্বর তোমার সহায় আছে ; [২৩]এই হেতুকে এতিয়া, ময় তোমালৈ আৰু তোমার পো-নাতিলৈকো বিশ্বাসঘাতক নহৈ, তুমি মোলৈ যি রূপ অনুগ্রহ ব্যবহার করিলা, ময় তোমালৈ, আৰু ময় প্রবাস করা এই দেশলৈকো সেই রূপ অনুগ্রহ ব্যবহার করিম, এই বুলি তুমি মোর আগত এই ঠাইতে ঈশ্বরর শপথ করি কোৱা। [২৪]তাতে অব্রাহামে, ময় শপথ করিম বুলি কলে। [২৫]কিন্তু অবীমেলকর বন্দীইঁতে বলেরে অধিকার করা নাদটোর কথাত হলে, অব্রাহামে অবীমেলকক দোষ ধরিলে। [২৬]তাতে অবীমেলকে কলে, এই কাম কোনে করিলে, তাক ময় নেজানোঁ ; তুমি মোক কোৱাও নাই, আৰু ময়ো শুনা নাই, কেবল আজিহে শুনিছোঁ। [২৭]তেতিয়া অব্রাহামে মের, ছাগ, আৰু গরু আনি অবীমেলকক দি, দুয়ো জনে এটা নিয়ম স্থির করিলে। [২৮]আৰু অব্রাহামে জাকর পরা সাত জনী চেঁউরী মের পোৱালি পৃথক করি থলে। [২৯]তাতে অবীমেলকে অব্রাহামক সুধিলে, তুমি কি অভিপ্রায়েরে এই সাত জনী চেঁউরী মের পোৱালি পৃথক করি থৈছা ? [৩০]তেওঁ কলে, এইটো নাদ যে ময় খানিলোঁ, তার সাক্ষ্যর অর্থে মোর পরা এই সাত জনী চেঁউরী মের পোৱালি তুমি লব লাগিব। [৩১]এতেকে, সেই ঠাইতে তেওঁবিলাক দুয়ো শপথ করা বাবে, তেওঁ সেই ঠাইর নাম বের-চেবা রাখিলে। [৩২]এই রূপে তেওঁবিলাকে বের-চেবাত নিয়ম স্থির করার পাছে, অবীমেলক আৰু তেওঁর সেনাপতি ফীখোলো উঠি, পলেষ্টীয়াবিলাকর দেশলৈ উভটি গল। [৩৩]পাছে অব্রাহামে বের-চেবাত এজোপা ঝাউ গছ রুই, সেই ঠাইতে অনন্ত ঈশ্বর যিহোৱার নামেরে প্রার্থনা করিলে। [৩৪]আৰু পলেষ্টীয়াবিলাকর দেশতে অব্রাহামে বহু দিন প্রবাস করিলে।

### অব্রাহামর মহাপরীক্ষা।

২২ এইবোর ঘটনার পাছত, ঈশ্বরে অব্রাহামর পরীক্ষা করি তেওঁক কলে, হে অব্রাহাম ; তেওঁ কলে, দেখা, ময় আছোঁ। [২]তেতিয়া তেওঁ কলে, তুমি আপোন পুত্রক, তুমি প্রেম করা তোমার সেই একেটী পুত্র ইচ্হাককে লৈ, মোরিয়া দেশলৈ যোৱা ; আৰু সেই ঠাইর পর্ব্বতবোরর মাজর যি এটা পর্ব্বতর কথা ময় তোমাক কম, তার ওপরতে তাক হোমর অর্থে বলিদান করাগৈ। [৩]তাতে, অব্রাহামে পুৱাতে উঠি, আপোনার গাধ সজাই, আপোন দাসবিলাকর দুটাক আৰু আপোন পুত্র ইচ্হাককো লগত ললে ; আৰু হোমর নিমিত্তে কাঠো ফালি লৈ, ঈশ্বরে যি ঠাইর কথা তেওঁক কৈছিল, সেই

ঠাইলৈকে যাত্রা করিলে। ৪ তিন দিনর দিনা অব্রাহামে চকু তুলি চাই, দূৰৈর পরা সেই ঠাই দেখি, ৫ আপোনার দাস দুটাক কলে, তোমালোকে গাধই সৈতে ইয়াতে থাকা; ময় আরু লরাই সৌথিনিলৈ গৈ সেৱা করোঁ; পাছে তোমালোকর ওচরলৈ ওলটি আহিম। ৬ তেতিয়া অব্রাহামে হোমর কাঠখিনি লৈ, আপোন পুত্র ইচ্‌হাকর কান্ধত দি, অগ্নি আরু ছুরিখন আপোনার হাতত ললে। পাছে দুয়ো একেলগে চলি যাওঁতে, ৭ ইচ্‌হাকে আপোন পিতৃ অব্রাহামক কলে, হে মোর পিতৃ; তাতে তেওঁ কলে, বোপা, দেখা, ময় আছোঁ। তেতিয়া সি কলে, দেখোক, জুই আরু কাঠো আছে; কিন্তু হোমর অর্থে মের পোৱালি কতা? ৮ তাতে অব্রাহামে কলে, বোপা, ঈশ্বরে আপুনি হোমর অর্থে মের পোৱালি যোগাব। ৯ পাছে সিবিলাক দুয়ো একেলগে চলি গৈ, ঈশ্বরে যি ঠাইর কথা তেওঁক কৈছিল, সিবিলাকে সেই ঠাই পালেগৈ; অব্রাহামে সেই ঠাইতে যজ্ঞবেদি সাজি, তার ওপরত কাঠ সজাই, আপোন পুত্র ইচ্‌হাকক বান্ধি যজ্ঞবেদির কাঠর ওপরত থলে। ১০ তেতিয়া অব্রাহামে আপোন পুত্রক বধ করিবলৈ হাত মেলি ছুরিখন ললে। ১১ এনেতে আকাশর পরা যিহোৱার দূতে তেওঁক মাতি কলে, হে অব্রাহাম, অব্রাহাম; তেওঁ কলে, দেখোক, ময় আছোঁ। ১২ তাতে দূতে কলে, তুমি লরার গাত হাত নিদিবা, আরু তুমি তাক একোকে নকরিবা; কিয়নো তুমি যে ঈশ্বরর ভয়কারী লোক, তাক ময় এতিয়া জানিছোঁ; কারণ তোমার পুত্র, তোমার একেটী পুত্রকে মোক দিবলৈ অসম্মত নহলা। ১৩ তেতিয়া, অব্রাহামে চকু তুলি চাই, আপোনার পাছফালে আউলীয়া জোপাত শিঙ লাগি থকা এটা মটা মের ছাগ দেখিলে; তাতে অব্রাহামে গৈ সেই মেরটো আনি, আপোন পুত্রর সলনি তাকে হোমর অর্থে বলিদান করিলে। ১৪ আরু অব্রাহামে সেই ঠাইর নাম যিহোৱা-যিরি [যিহোৱাই যোগাব] রাখিলে; এই কারণে আজিলৈকে লোকে কয়, বোলে, যিহোৱার পর্ব্বতটোত যোগোৱা হব। ১৫ পাছে ঈশ্বরর দূতে আকাশর পরা দুনাই মাত লগাই, ১৬ অব্রাহামক কলে, যিহোৱাই কৈছে, ময় আপোন নামেরে শপথ করি কৈছোঁ, তুমি এই কার্য্য করা হেতুকে, তোমার পুত্র, তোমার একেটী পুত্রকে মোক দিবলৈ অসম্মত নোহোৱা হেতুকে, ১৭ ময় নিশ্চয়ে তোমাক আশীর্ব্বাদ করি, আকাশর তরাবোরর আরু সাগরর তীরত থকা বালির দরে, তোমার বংশ অতিশয়রূপে বঢ়াম; আরু তোমার বংশই আপোন শত্রুবিলাকর নগরবোরর দুৱার অধিকার করিব। ১৮ আরু পৃথিবীর সমুদায় জাতি তোমার বংশতে আশীর্ব্বাদপ্রাপ্ত হব; কিয়নো তুমি মোর বাক্য পালন করিলা। ১৯ পাছে অব্রাহামে আপোন দাসবিলাকর ওচরলৈ উভটি আহিল, আরু সিবিলাক সকলোৱে উঠি একেলগে বের-চেবালৈ গল; আরু সেই বের-চেবাতে অব্রাহামে বসতি করিলে।

২০ এইবোর ঘটনার পাছে অব্রাহামলৈ এই বার্ত্তা আহিল, দেখা, তোমার ককাই নাহোরলৈ মিল্‌কায়ো সন্তান প্রসব করিলে। ২১ তেওঁর বড় পুতেক উচ, আরু তার ভায়েক বূজ, আরু অরামর পিতৃ কমূৱেল। ২২ আরু কেচদ, হজো, পিল্‌দচ, যিদ্‌লফ, আরু বথূৱেল। ২৩ এই বথূৱেলর ঔরসতেই রিবিকা জন্মিল। মিল্‌কাই অব্রাহামর ককায়েক নাহোরলৈ এই আঁঠ জনক প্রসব করিলে। ২৪ আরু রুমা নামেরে তেওঁর উপপত্নীয়েও টেবহ, গহম, তহচ, আরু মাখা, এইবিলাকক প্রসব করিলে।

চারার মৃত্যু, আরু তেওঁক মৈদাম দিয়া।

**২৩** চারার আয়ুষ এশ সাতাইশ বছর আছিল; ২ তেওঁর আয়ুষ ইমান বছর হলত, কনান দেশত থকা কিরিয়ৎ-অর্ব্বত, অর্থাৎ হিব্রোণত তেওঁর মৃত্যু হল; তাতে অব্রাহামে চারার অর্থে শোক আরু বিলাপ করিবলৈ গল। ৩ পাছে অব্রাহামে আপোন মৃতকর ওচরর পরা উঠি গৈ, ৪ হেতর সন্তানবিলাকক কলে, ময় তোমালোকর মাজত বিদেশী আরু প্রবাসী হৈ আছোঁ; ময় আপোন মৃতকক চকুর আগর পরা গুচাই মৈদাম দিবলৈ, মোক তোমালোকর মাজত মৈদামর ঠাইর অধিকার দিয়া। ৫ তাতে হেতর সন্তানবিলাকে অব্রাহামক কলে, ৬ হে প্রভো, আমার কথা শুনোক; আপুনি আমার মাজত এজন পরাক্রমী রজাস্বরূপ হৈছে; আমার মৈদামবোরর

মাজর খিটো উত্তম, তাতেই আপোনার মৃতকর মৈদাম দিওকগৈ; আপোনার মৃতকর মৈদাম দিবর অর্থে আমার কোনেও নিজ মৈদাম আপোনাক নিদিয়াকৈ নেথাকিব। [৭] তেতিয়া অব্রাহামে উঠি, সেই দেশীয় লোক হেতর সন্তানবিলাকর আগত প্রণিপাত করি, [৮] সিবিলাকে সৈতে কথাবার্ত্তা হৈ কলে, মই আপোন চকুর আগর পরা নি মৃতকর মৈদাম দিবলৈ, যদি তোমালোক সম্মত হৈছা, তেন্তে মোর কথা শুনা, [৯] চোহরর পুত্র ইফ্রোণর পথারর মূরত তেওঁর যি মক্‌পেলার গুহা আছে, তাক মোক দিবলৈ, তেওঁর আগত মোর নিমিত্তে নিবেদন করা; তেওঁ তার সম্পূর্ণ দাম লৈ, মই তোমালোকর মাজত মৈদামর ঠাইর অধিকারী হবলৈ, তাকেই মোক দিওক। [১০] সেই ইফ্রোণ তেতিয়া হেতর সন্তানবিলাকর মাজতে বহি আছিল; এতেকে হেতর সন্তানবিলাকে শুনাকৈ, নগরর দুৱারেদি সোমোৱা সকলোৱে শুনাকৈ, হিত্তীয়া ইফ্রোণে অব্রাহামক উত্তর দি কলে, [১১] নহয়, মোর প্রভো, মোর কথা শুনোক, পথারখন মই আপোনাক দিছোঁ, আরু তাত থকা গুহাকো মই আপোনাক দিছোঁ; মই স্বজাতীয়বিলাকর সাক্ষাতেই তাক আপোনাক দিছোঁ; আপোনার মৃতকর মৈদাম দিওকগৈ। [১২] তাতে অব্রাহামে সেই দেশীয় লোকবিলাকর আগত প্রণিপাত করিলে; [১৩] আরু সেই দেশীয় লোকবিলাকে শুনাকৈ ইফ্রোণক কলে, নহয়, তোমার যদি ইচ্ছা হয়, তেন্তে মই নিবেদন করোঁ, মোর কথা শুনা; মই সেই পথারর মূল্য দিওঁ; তুমি মোর পরা তাক লোৱা; পাছে মই সেই ঠাইত আপোন মৃতকর মৈদাম দিম। [১৪] তেতিয়া ইফ্রোণে অব্রাহামক উত্তর দি কলে, [১৫] হে মোর প্রভো, মোর কথা শুনোক; সেয়ে চারি শ চেকল রূপর মাটি; আপোনারে মোরে মাজত সি নো কি বস্তু? এতেকে আপোনার মৃতকর মৈদাম দিওকগৈ। [১৬] পাছে অব্রাহামে ইফ্রোণর কথাত মান্তি হৈ, হেতর সন্তানবিলাকে শুনাকৈ তেওঁ যি রূপর কথা কৈছিল, সেই চারি শ চেকল বণীয়াইতর চলতি রূপ জুখি তেওঁক দিলে। [১৭] এই রূপে মম্রির সম্মুখত মক্‌পেলাত ইফ্রোণর যি পথার আছিল, সেই পথার আরু তাত থকা গুহা, আরু সেই পথারর আটাই গছ, তার চারিও সীমনার ভিতরত থকা সকলো গছ, এই সকলোতে, [১৮] হেতর সন্তানবিলাকর, তার নগরর দুৱারেদি সোমোৱা সকলোরে আগতে অব্রাহামর স্বত্বাধিকার নিশ্চয় করা হল। [১৯] পাছে অব্রাহামে কনান দেশর মম্রির অর্থাৎ হিব্রোণর সম্মুখত থকা মক্‌পেলার পথারর গুহাত আপোন ভার্য্যা চারাক মৈদাম দিলে। [২০] এই রূপে, মৈদামর ঠাইর অধিকারর অর্থে, সেই পথার আরু তাত থকা গুহাত, হেতর সন্তানবিলাকর দ্বারায় অব্রাহামর স্বত্বাধিকার স্থির করা হল।

ইচ্‌হাকর বিবাহ।

২৪ তেতিয়া অব্রাহাম বুঢ়া আরু অতিশয় বৃদ্ধ আছিল; আরু যিহোৱাই সকলোতে অব্রাহামক আশীর্ব্বাদ করিছিল। [২] পাছে অব্রাহামে সকলো কার্য্য চলাওঁতা আপোনার ঘরর বৃদ্ধ দাসক কলে, বিনয় করোঁ, তুমি মোর করঙনর তলত হাত দিয়া; [৩] মই এই যি কনানীয়া লোকর মাজত নিবাস করিছোঁ, তুমি মোর পুত্রর নিমিত্তে ইহঁতর কোনো ছোৱালী নানি, [৪] মোর দেশলৈ মোর জ্ঞাতিবিলাকর ওচরলৈ গৈ, মোর পুত্র ইচ্‌হাকলৈ ছোৱালী আনিবলৈ, মই তোমাক স্বর্গ আরু পৃথিবীরো ঈশ্বর যিহোৱার নামেরে শপথ করাওঁ। [৫] তেতিয়া সেই দাসে তেওঁক কলে, কিজানি ছোৱালী মোর লগত এই দেশলৈ আহিবলৈ মান্তি নহব; পাছে, আপুনি যি দেশর পরা ওলাই আহিল, আপোনার পুত্রক আকৌ সেই দেশলৈকে নিব লাগিব নে? [৬] অব্রাহামে তাক কলে. সাৱধান হোৱা, তুমি মোর পুত্রক সেই দেশলৈ কেতিয়াও ওলোটাই নিনিবা। [৭] যি জনাই মোর পৈতৃক ঘর আরু মোর জন্মভূমির পরাও মোক আনিলে, আরু মোক কথা কৈ, মই তোমার বংশক এই দেশ দিম বুলি মোর আগত শপথ করিলে, স্বর্গর ঈশ্বর সেই যিহোৱাই তোমার আগে আগে আপোন দূত পঠাই দিব; তাতে তুমি মোর পুত্রর নিমিত্তে সেই ঠাইর পরাই ছোৱালী আনিব পারিবা। [৮] যদি ছোৱালী তোমার লগত আহিবলৈ মান্তি নহয়, তেন্তে তুমি এই শপথর

পৰা মুক্ত হবা ; কিন্তু মোৰ পুত্ৰক হলে তালৈ ওলোটাই নিনিবা। ৯ তাতে, সেই দাসে আপোন প্ৰভু অব্ৰাহামৰ কৰঙনৰ তলত হাত দি, সেই বিষয়ে তেওঁৰ আগত শপথ কৰিলে। ১০ পাছে সেই দাসে আপোন প্ৰভুৰ উটবোৰৰ মাজৰ দহোটা উট ললে ; আৰু আপোন প্ৰভুৰ সকলো উত্তম উত্তম বস্তু হাতত লৈ প্ৰস্থান কৰিলে। এই ৰূপে সি উঠি অৰাম-নহৰয়িমৰ নাহোৰৰ নগৰলৈ যাত্ৰা কৰিলে। ১১ পাছে, গধূলি বেলিকা, যি সময়ত তিৰুতাবিলাকে পানী তুলিবলৈ ওলাই আহে, সেই সময়তে নগৰৰ বাহিৰত নাদটোৰ ওচৰত সি উটবোৰক বৈঠ পেলাই ৰাখি কলে, ১২ হে মোৰ প্ৰভু অব্ৰাহামৰ ঈশ্বৰ যিহোৱা,ময় বিনয় কৰোঁ, আজি মোৰ কৰ্ম্ম সাফল কৰি, মোৰ প্ৰভু অব্ৰাহামলৈ অনুগ্ৰহ প্ৰকাশ কৰোক। ১৩ দেখোক, ময় এই ভুমুকৰ ওচৰত থিয় হৈ আছোঁ ; পাছে, সেই নগৰীয়া মানুহৰ জীয়াৰীবিলাকে পানী তুলিবলৈ যেতিয়া ওলাই আহিব, ১৪ তেতিয়া, বিনয় কৰোঁ, তুমি কলহ নমাই মোক পানী খাবলৈ দিয়া, এই কথা ময় যি ছোৱালীক কম, সেই ছোৱালীয়ে যদি কয়, খাওক, আৰু আপোনাৰ উটবোৰকো খুৱাম, তেন্তে সেই ছোৱালীয়েই আপোনাৰ দাস ইচ্‌হাকৰ নিমিত্তে আপোনাৰ নিৰূপিত কন্যা হওক ; আৰু ইয়াৰ দ্বাৰায়, আপুনি যে মোৰ প্ৰভুলৈ দয়া কৰিছে, তাক ময় জানিম। ১৫ পাছে সি কথা কৈ নৌ এঁটাওঁতেই, দেখা, অব্ৰাহামৰ ককায়েক নাহোৰৰ ভাৰ্য্যা মিল্‌কাৰ পুত্ৰেক বথূৱেলৰ ঔৰসত জন্মা ৰিবিকাই কান্ধত কলহ লৈ বাহিৰলৈ ওলাই আহিল। ১৬ সেই ছোৱালি দেখিবলৈ পৰমসুন্দৰী, কুমাৰী, আৰু কোনো পুৰুষে স্পৰ্শ কৰা নাছিল। তাই ভুমুকলৈ নামি, কলহ ভৰাই লৈ উঠি আহিছিল ; ১৭ এনেতে, দাসে লৰি গৈ, তাইৰে সৈতে সাক্ষাৎ কৰি কলে, বিনয় কৰোঁ, তোমাৰ কলহৰ পৰা মোক অলপমান পানী খাবলৈ দিয়া। ১৮ তাতে তাই কলে, খাওক আপ ; এই বুলি তাই বেগতে হাতলৈ কলহ নমাই, তাক পানী খাবলৈ দিলে। ১৯ আৰু তাক খুৱাই এঁটাই কলে, আপোনাৰ উটবোৰে খাই নেটাইমানে ময় সিহঁতলৈকো তুলিম। ২০ এই বুলি তাই বেগতে ঘোলনিত কলহৰ পানী বাকি দি, আকৌ পানী তুলিবলৈ নাদলৈ লৰি গৈ, সকলো উটবোৰলৈ পানী তুলি দি আছিল। ২১ তেতিয়া সেই পুৰুষে, আপোন যাত্ৰা যিহোৱাই সাফল কৰে নে নকৰে, তাকে জানিবৰ নিমিত্তে মনে মনে থাকি, তাইলৈ একেঠৰে চাই আছিল। ২২ উটবোৰে পানী খাই এঁটালত, সেই পুৰুষে আধা চেকল সোণৰ এক নথ, আৰু তাইৰ হাতৰ নিমিত্তে দহ চেকল সোণৰ এযোৰ খাৰু লৈ কলে, ২৩ বিনয় কৰোঁ, তুমি কাৰ জীয়েক, তাক মোক কোৱা ; আৰু আমি ৰাতি থাকিবলৈ তোমাৰ পিতৃৰ ঘৰত ঠাই আছে নে ? ২৪ তাতে তাই কলে, মিল্‌কাই নাহোৰলৈ প্ৰসব কৰা পুত্ৰ যি বথূৱেল, ময় তেওঁৰে জীয়েক। ২৫ তাই তাক আৰু কলে, আমাৰ তাত খেৰ আৰু দানা বহুৎ আছে, আৰু ৰাতি থাকিবলৈ ঠায়ো আছে। ২৬ তেতিয়া সেই পুৰুষে মূৰ দোঁৱাই যিহোৱাৰ আগত প্ৰণিপাত কৰি কলে, ২৭ মোৰ প্ৰভু অব্ৰাহামৰ ঈশ্বৰ যিহোৱা ধন্য ; তেওঁ মোৰ প্ৰভুলৈ অনুগ্ৰহ আৰু সত্য আচৰণ কৰিবলৈ এৰা নাই ; আৰু যিহোৱাই মোক মোৰ প্ৰভুৰ জ্ঞাতিবিলাকৰ ঘৰৰ বাটেদি আনিলে। ২৮ পাছে সেই ছোৱালীয়ে লৰি গৈ, আপোন মাকৰ ঘৰৰবিলাকক এই সকলো কথা কলে। ২৯ ৰিবিকাৰ লাবন নামেৰে এজন ককায়েক আছিল ; সেই লাবন ওলাই ভুমুকৰ ওচৰত থকা সেই পুৰুষৰ ওচৰলৈ লৰি গল, ৩০ অৰ্থাৎ সেই নথ আৰু ভনীয়েকৰ হাতত খাৰু দেখি, আৰু সেই পুৰুষ জনে মোক এনে তেনে কথা কলে বুলিও আপোন ভনী ৰিবিকাৰ মুখে শুনি, সেই পুৰুষৰ ওচৰলৈ গল। ৩১ আৰু উটবোৰে সৈতে ভুমুকৰ কোষত তাক থিয় হৈ থকা দেখি তেওঁ কলে, হে যিহোৱাৰ আশীৰ্ব্বাদ-প্ৰাপ্ত লোক, ভিতৰলৈ আহঁা ; বাহিৰত কেলেই থিয় হৈ আছা ? কিয়নো ময় ঘৰ আৰু উটবোৰলৈ ঠায়ো যুগুত কৰিছোঁ। ৩২ তেতিয়া সেই পুৰুষ গৈ ঘৰত সোমালত, তেওঁ উটবোৰৰ গাদি খহালে, উটবোৰক খেৰ আৰু দানা দিলে, আৰু তাক ও তাৰ লগৰ মানুহবিলাককো ভৰি ধুবলৈ পানী দিলে। ৩৩ পাছে তাৰ আগত আহাৰ যুগুতাই দিয়া হল ; কিন্তু সি কলে, মোৰ কব লগীয়া কথা নকওঁমানে, ময় আহাৰ

নকৰোঁ ; তাতে তেওঁ কলে, কোৱা। [৩৪] তেতিয়া সি কলে,ময় অব্রাহামর দাস। [৩৫] যিহোৱাই মোর প্রভুক অতিশয়ৰূপে আশীর্ব্বাদ করাত, তেওঁ বড় মানুহ হৈছে ; আরু যিহোৱাই তেওঁক মের, ছাগ, আরু গরুর জাক, সোণ আরু ৰূপ, বন্দী আরু বেটী, উট আরু গাধ, এই সকলোকে দিছে। [৩৬] তাত বাজে মোর প্রভুর ভার্য্যা চারাই আপোনার বৃদ্ধ কালত মোর প্রভুলৈ এটী পুত্র প্রসব করিলে ; আরু তাকেই তেওঁ আপোন সর্ব্বস্ব দিছে। [৩৭] আরু মোর প্রভুৱে মোক শপথ খুৱাই কলে, ময় প্রবাস করা এই দেশর কনানীয়া লোকর কোনো ছোৱালী মোর পুত্রর নিমিত্তে নানি, [৩৮] মোর পৈতৃক ঘরলৈ গৈ, মোর গোষ্ঠীর ছোৱালী মোর পুত্রর নিমিত্তে আনিবা। [৩৯] তেতিয়া ময় আপোন প্রভুক কলোঁ, কিজানি ছোৱালী মোর লগত নাহে। [৪০] তেতিয়া তেওঁ মোক কলে, যি জনার সাক্ষাতে ময় চলিছোঁ, সেই যিহোৱাই আপোন দূতক তোমার লগত পঠাই তোমার যাত্রা সাম্ফল করিব ; তাতে তুমি মোর পুত্রর নিমিত্তে মোর গোষ্ঠীর আরু পিতৃবংশর ছোৱালী আনিব পারিবা। [৪১] তুমি মোর জ্ঞাতিবিলাকর ওচরলৈ গৈ তাকে করিলেহে, মোর শপথর পরা মুক্ত হবা ; যদি সিবিলাকে তোমাক নিদিয়েও, তথাপি মোর শপথর পরা মুক্ত হবা। [৪২] এই বুলি কোৱাতে, ময় আহি আজি ভুমুকর ওচর পাই কলোঁ, হে মোর প্রভু অব্রাহামর ঈশ্বর যিহোৱা, ময় করা এই মোর যাত্রা আপুনি যদি সাম্ফল করে, [৪৩] তেন্তে চাওক, ময় এতিয়া এই ভুমুকর কোষত থিয় হৈ আছোঁ ; তাতে, পানী তুলিবলৈ ওলাই অহা যি জনী ছোৱালীক ময় কম, যে, বিনয় করোঁ, তোমার কলহর পরা মোক অলপমান পানী খাবলৈ দিয়া, [৪৪] সেই ছোৱালীয়ে যদি মোক কয়, তুমিও খোৱা, আরু তোমার উটবোরলৈকো পানী তুলি দিম, তেন্তে সেই ছোৱালীয়েই মোর প্রভুর পুত্রলৈ যিহোৱাই নিরূপণ করা কন্যা হওক। [৪৫] এই কথা ময় মনতে কৈ নৌ এটাওঁতেই, দেখা, রিবিকাই কান্ধত কলহ লৈ ওলাই গৈ, ভুমুকলৈ নামি পানী তুলিলত, ময় তেওঁক কলোঁ, বিনয় করোঁ, মোক পানী খাবলৈ দিয়া। [৪৬] তেতিয়া তেওঁ বেগতে কান্ধর পরা কলহ নমাই কলে, খোৱা, ময় তোমার উটবোরকো খুৱাম। তাতে ময় খালোঁ, আরু তেওঁ উটবোরকো খুৱালে। [৪৭] পাছে ময় তেওঁক সুধিলোঁ, তুমি কার জীয়েক ? তেওঁ কলে, মিল্‌কাই নাহোরলৈ প্রসব করা পুত্র যি বথূৱেল, ময় তেওঁরে জীয়েক। তেতিয়া ময় তেওঁর নাকত সেই নথ, আরু হাতত সেই খারুও পিন্ধালোঁ। [৪৮] পাছে ময় মূর দোঁৱাই যিহোৱার আগত প্রণিপাত করিলোঁ ; আরু যি জনাই মোর প্রভু অব্রাহামর পুত্রর নিমিত্তে তেওঁর ককায়েকর জীয়েকক নিবলৈ, মোক স্বরূপ বাটেদি আনিলে, সেই ঈশ্বর যিহোৱার ধন্যবাদ করিলোঁ। [৪৯] এতিয়া যদি তোমালোকে মোর প্রভুলৈ দয়া আরু সত্য আচরণ করিবলৈ সম্মত হোৱা, তেন্তে মোক কোৱা ; যদি নোহোৱাহে, তাকো মোক কোৱা ; তেতিয়া ময় সোঁমুৱে বা বাঁওমুৱেই চলিম। [৫০] তেতিয়া লাবন আরু বথূৱেলেও উত্তর দি কলে, এই কথা যিহোৱার পরা হৈছে ; ইয়াতে আমি ভাল-মন্দ তোমাক একোকে কব নোৱারোঁ। [৫১] দেখা, রিবিকা তোমার আগতে আছে ; তাইক লৈ যোৱা ; যিহোৱাই কোৱার দরেই তাই তোমার প্রভুর পুত্রর ভার্য্যা হওক। [৫২] তেতিয়া অব্রাহামর দাসে সিবিলাকর কথা শুনি, মাটিত পড়ি যিহোৱার আগত প্রণিপাত করিলে। [৫৩] পাছে দাসে ৰূপ আরু সোণর অলঙ্কার, আরু বস্ত্রকো উলিয়াই রিবিকাক দিলে ; আরু তাইর ককায়েক আরু মাককো বহুমূল্য দ্রব্য দিলে। [৫৪] পাছে সি আরু তার লগর মানুহবিলাকেও ভোজন-পান করি রাতি থাকিল। আরু সিবিলাকে পুৱা উঠিলত, দাসে কলে, মোর প্রভুর তলৈ যাবলৈ মোক বিদায় করা। [৫৫] তেতিয়া তাইর ককায়েক আরু মাকে কলে, ছোৱালী আমার লগত কিছু দিন থাকোক ; অতি কমেও দহ দিনমান থাকোক ; পাছে যাব। [৫৬] কিন্তু সি সিবিলাকক কলে, যিহোৱাই মোর যাত্রা সাম্ফল করিছে ; এতেকে মোক পলমকৈ নেরাখিবাহঁক ; মোর প্রভুর তলৈ যাওঁ, মোক বিদায় করা। [৫৭] তাতে সিবিলাকে কলে, আমি ছোৱালীক মাতি আনি, সুধি, তাইর মুখর কথা শুনো। [৫৮] পাছে সিবিলাকে রিবিকাক মাতি, তাইক সুধিলে, তুমি

এই মানুহর লগত যাবা নে? তাই কলে, যাম। [৫৯] তেতিয়া সিবিলাকে আপোন ভনী রিবিকাক, তাইর ধাত্রীক, আরু অব্রাহামর দাস আরু তার মানুহবিলাককো বিদায় করিলে। [৬০] সিবিলাকে রিবিকাক আশীর্ব্বাদ করি কলে, হে আমার ভনী, তুমি অযুত অযুত লোকর আদিমাতৃ হোৱাগৈ, আরু তোমার বংশই আপোন শত্রুবিলাকর নগরবোরর দুবার অধিকার করোক। [৬১] তেতিয়া রিবিকা আরু তেওঁর বেটীহঁত উটত উঠি, সেই পুরুষর লগত গল; এই রূপে সেই দাসে রিবিকাক লৈ যাত্রা করিলে। [৬২] পাছে ইচ্হাকে দক্ষিণ অঞ্চলত নিবাস করাত, তেওঁ বের-লহয়-রোৱীর ফাললৈ গৈ উভটি আহি, [৬৩] সন্ধ্যা বেলিকা কিবা কথা বিবেচনা করিবলৈ পথারলৈ গৈছিল; এনেতে ইচহাকে চকু তুলি চাই উটবোরক অহা দেখিলে। [৬৪] তেতিয়া রিবিকাই চকু তুলি ইচহাকক দেখি, উটর পরা নামি, [৬৫] দাসক সুধিলে, আমারে সৈতে সাক্ষাত করিবলৈ পথারর মাজেদি অহা সৌ জন কোন মানুহ? দাসে কলে, তেওঁ মোর প্রভু; তাতে রিবিকাই ওরণি লৈ আপোনাকে ঢাকিলে। [৬৬] পাছে সেই দাসে আপুনি করা সকলো কার্য্যর কথা ইচ্হাকক জনালে। [৬৭] তেতিয়া ইচ্হাকে আপোন মাতৃ চারার তাম্বুলৈ রিবিকাক নিলে। পাছে ইচ্হাকে রিবিকাক গ্রহণ করিলত, তেওঁ ইচ্হাকর ভার্য্যা হল। আরু ইচ্হাকে তেওঁক প্রেম করিলে; তাতে তেওঁর মাতৃর মরণর পাছত, তেওঁ সান্ত্বনা পালে।

### অব্রাহামর পুনর্ব্বিবাহ আরু মৃত্যু।

**২৫** পাছে অব্রাহামে কটূরা নামেরে আরু এজনী মানুহ বিয়া করিলে। [২] তাই জিম্রণ, যক্চন, মদান, মিদিয়ন, যিচ্বক, আরু চুহ, এইবিলাক পুত্র তেওঁলৈ প্রসব করিলে। [৩] এই যক্চনর সন্তান চিবা আরু দদান। আরু অচূরীয়া, লটূচীয়া, লিয়ুম্মীয়া, এইবিলাক দদানর সন্তান। [৪] মিদিয়নর সন্তান ঐফা, একর, হনোক, অবীদা, আরু ইল্দায়া; এই আটাই-বিলাক সেই কটূরারে সন্তান। [৫] পাছে অব্রাহামে আপোন সর্ব্বস্ব ইচ্হাকক দিলে। [৬] কিন্তু আপোন উপপত্নীহঁতর সন্তানবিলাকক হলে, দানস্বরূপে অলপ অলপ দি, অব্রাহামে নিজে জীয়াই থাকোঁতেই, আপোন পুত্র ইচ্হাকর ওচরর পরা পূবফালে পূব দেশলৈ পঠাই দিলে। [৭] অব্রাহামর আয়ুষ এশ পঁয়সত্তর বছর; তেওঁ ইমান বছর জীয়াই আছিল। [৮] এই রূপে অব্রাহামে অতি বৃদ্ধ হৈ সম্পূর্ণ আয়ুষ পাই, উত্তম বৃদ্ধ অৱস্থাত প্রাণত্যাগ করিলত, আপোন ওপর-পিতৃবিলাকর লগলৈ তেওঁক নিয়া হল। [৯] তাতে তেওঁর পুত্র ইচ্হাক আরু ইশ্মায়েলে মম্রির আগত থকা হিত্তীয়া চোহরর পুত্র ইফ্রোণর পথারর মক্পেলার গুহাত তেওঁক মৈদাম দিলে; [১০] সেই পথার অব্রাহামে হেতর সন্তানবিলাকর পরা কিনিছিল; তাতেই অব্রাহাম আরু তেওঁর ভার্য্যা চারা, এই দুয়োকো মৈদাম দিয়া হল। [১১] অব্রাহামর মৃত্যুর পাছত, ঈশ্বরে তেওঁর পুত্র ইচ্হাকক আশীর্ব্বাদ করিলে; আরু ইচ্হাকে বের-লহয়-রোৱীর ওচরত নিবাস করিলে।

### ইশ্মায়েলর বংশ। ইচ্হাকর বৃত্তান্ত।

[১২] চারার বেটী মিচরীয়া হাগারে অব্রাহামলৈ যি পুত্র প্রসব করিছিল, অব্রাহামর সেই পুত্র ইশ্মায়েলর বৃত্তান্ত এই। [১৩] নাম আরু গোষ্ঠী অনুসারে ইশ্মায়েলর সন্তানবিলাকর নাম এই। ইশ্মায়েলর জ্যেষ্ঠ পুত্র নবায়োৎ, তার পাছে কেদর, অদ্বেল, মিব্চম, [১৪] মিচ্মা, দুমা, মচ্ছা, [১৫] হদদ, তেমা, যটূর, নাফীচ, আরু কেদ্মা; [১৬] এইবিলাক ইশ্মায়েলর সন্তান; সিবিলাকর এই নাম অনুসারে সিবিলাকর গাঁও আরু ছাউনি আছিল; সিবিলাকেই আপোন আপোন জাতি অনুসারে বার জন অধিপতি আছিল। [১৭] ইশ্মায়েলর আয়ুষ এশ সাতত্রিশ বছর; পাছে তেওঁ প্রাণত্যাগ করিলত, আপোন লোকবিলাকর লগলৈ তেওঁক নিয়া হল। [১৮] পাছে তেওঁর সন্তানবিলাকে হবীলার পরা মিচর দেশর সম্মুখে থকা চূরলৈকে, অচূরর ফালে বসতি করিলে; এই রূপে তেওঁ আপোনার সকলো ভায়েক-বিলাকর আগত বসতির ঠাই পালে।

[১৯] অব্রাহামর পুত্র ইচ্হাকর বৃত্তান্ত এই। ইচ্হাকে অব্রাহামর ঔরসত জন্ম পালে। [২০] ইচ্হাকে পদ্দন-অরামর অরামীয়া বথূৱেলর জীয়েকক, অরামীয়া লাবনর ভনীয়েক রিবিকাক

বিবাহ কৰা কালত, তেওঁৰ বয়স চল্লিশ বছৰ আছিল। [২১] ইচ্‌হাকৰ ভাৰ্য্যা বাঁজী হোৱাত, ইচ্‌হাকে তেওঁৰ অৰ্থে যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলে; তাতে যিহোৱাই তেওঁৰ প্ৰাৰ্থনা শুনিলত, তেওঁৰ ভাৰ্য্যা ৰিবিকা গৰ্ব্ভৱতী হল। [২২] পাছে গৰ্ব্ভত সন্তানে ঠেলাঠেলি কৰিব ধৰিলে; তাতে তেওঁ কলে, যদি এই ৰূপেহে, তেন্তে ময় কিয় জীয়াই আছোঁ? [২৩] এই বুলি তেওঁ যিহোৱাক সুধিবলৈ গল। তেতিয়া যিহোৱাই তেওঁক কলে,

তোমাৰ গৰ্ব্ভত দুই জাতি আছে,
আৰু তোমাৰ উদৰৰ পৰা দুই জাতি বাহিৰ হৈ বেলেগ হব;
এক জাতি আন জাতিতকৈ পৰাক্ৰমী হব,
আৰু বড়টো সৰুটোৰ বন্দী হব।

[২৪] পাছে প্ৰসৱৰ কাল সম্পূৰ্ণ হল; আৰু দেখা, তেওঁৰ গৰ্ব্ভত এহাল জঁজা লৰা। [২৫] তাৰে প্ৰথমটো, ৰঙা, আৰু গোটেই গা নোমাল বস্ত্ৰৰ নিচিনা নোমাল হৈ ওলাল; এই কাৰণে সিবিলাকে তাৰ নাম এচৌ [নোমাল] ৰাখিলে। [২৬] পাছে তাৰ ভায়েক বাহিৰ হল; তাৰ হাতে এচৌৰ গোৰোৱাত ধৰি আছিল; এতেকে তাৰ নাম যাকোব [গোৰোৱা ধৰা] ৰখা হল। তেওঁ সিহঁতক প্ৰসব কৰা কালত, ইচ্‌হাকৰ বয়স ষাইঠ বছৰ আছিল। [২৭] পাছে লৰাহঁত ডাঙৰ হলত, এচৌ চিকাৰত নিপুণ, আৰু বনত থাকোঁতা লোক হল; কিন্তু যাকোব হলে, শান্ত, আৰু তাম্বুত থাকোঁতা লোক হল। [২৮] ইচ্‌হাকে এচৌৰ পহু মঙহ খাবলৈ পোৱাৰ কাৰণে, তেওঁ এচৌক স্নেহ কৰিছিল; কিন্তু ৰিবিকাই হলে যাকোবকহে স্নেহ কৰিছিল। [২৯] পাছে এদিন যাকোবে দাইল ৰান্ধিছিল; এনেতে এচৌৱে পথাৰৰ পৰা আহি ক্লান্ত হৈ, [৩০] যাকোবক কলে, বিনয় কৰোঁ, সেইয়া ৰঙা, সেইয়া ৰঙা বস্তুৰ কিছু মোক খাবলৈ দিয়া; কিয়নো ময় ক্লান্ত হৈছোঁ। এই হেতুকে তেওঁৰ নাম ইদোম [ৰঙা] ৰখা হল। [৩১] তেতিয়া যাকোবে কলে, আজি তোমাৰ জ্যেষ্ঠাধিকাৰ মোক বেচা। [৩২] তাতে এচৌৱে কলে, দেখা, ময় মৰিব লগীয়া হৈছোঁ; জ্যেষ্ঠাধিকাৰত মোৰ কি লাভ? [৩৩] যাকোবে কলে, তুমি মোৰ আগত প্ৰথমে শপথ কৰা; তাতে তেওঁ তেওঁৰ আগত শপথ কৰি আপোন জ্যেষ্ঠাধিকাৰ যাকোবক বেচিলে। [৩৪] তেতিয়া যাকোবে এচৌক পিঠা আৰু মচুৰ দাইলৰ ৰন্ধা তৰকাৰি দিলে; তাতে তেওঁ খাই উঠি গুচি গল। এই ৰূপে এচৌৱে সেই জ্যেষ্ঠাধিকাৰ হেয়জ্ঞান কৰিলে।

**২৬** অব্ৰাহামৰ দিনত হোৱা প্ৰথম আকালৰ বাহিৰে, সেই দেশত পুনৰায় আকাল হোৱাত, ইচ্‌হাকে গৰাৰলৈ, পলেষ্টীয়াবিলাকৰ ৰজা অবীমেলকৰ ওচৰলৈ গল। [২] পাছে যিহোৱাই তেওঁক দৰ্শন দি কলে, তুমি মিচৰ দেশলৈ নামি নেযাবা; যি দেশৰ কথা ময় তোমাক কম, তাতে থাকিবা। [৩] তুমি এই দেশতে প্ৰবাস কৰা; তাতে ময় তোমাৰ সঙ্গী হৈ তোমাক আশীৰ্ব্বাদ কৰিম; কিয়নো এই সকলো দেশ তোমাক আৰু তোমাৰ বংশকেই দি, ময় তোমাৰ পিতৃ অব্ৰাহামলৈ কৰা শপথ সাফল কৰিম। [৪] ময় আকাশৰ তৰাবোৰৰ দৰে তোমাৰ বংশ বঢ়াই, তোমাৰ বংশক এই সকলো দেশ দিম; আৰু তোমাৰ বংশতে পৃথিবীৰ সমুদায় জাতি আশীৰ্ব্বাদ-প্ৰাপ্ত হব; [৫] কিয়নো অব্ৰাহামে মোৰ বাক্য মানি, মোৰ পালনীয়, মোৰ আজ্ঞা, বিধি, আৰু ব্যৱস্থাবোৰ পালন কৰিছিল। [৬] পাছে ইচ্‌হাকে গৰাৰত নিবাস কৰিলত, [৭] সেই ঠাইৰ মানুহবিলাকে তেওঁৰ ভাৰ্য্যাৰ কথা সোধাত, তেওঁ মোৰ ভনী বুলি কলে; কাৰণ, মোৰ ভাৰ্য্যা বুলি কবলৈ তেওঁ ভয় কৰিলে; কিয়নো তেওঁ ভাবিছিল, ৰিবিকা বড় সুৱনী হোৱাত ইয়াৰ মানুহবোৰে তেওঁৰ নিমিত্তে কিজানি মোক বধ কৰিব। [৮] পাছে তেওঁ সেই ঠাইত ভালেমান দিন থাকিলত, এদিন পলেষ্টীয়াবিলাকৰ ৰজা অবীমেলকে খিৰিকি দুৱাৰেদি চাই, ইচ্‌হাকক আপোন ভাৰ্য্যা ৰিবিকাই সৈতে ক্ৰীড়া কৰিবৰ দেখিলে। [৯] তাতে অবীমেলকে ইচ্‌হাকক মতাই নি কলে, দেখা, সেই তিৰুতা নিশ্চয়ে তোমাৰ ভাৰ্য্যা; তেন্তে তুমি ভনী বুলি কেনেকৈ কৈছিলা? ইচ্‌হাকে কলে, তেওঁৰ কাৰণে ময় মৰিম বুলি ভাবি সেই ৰূপে কৈছিলোঁ। [১০] তেতিয়া অবীমেলকে কলে, তুমি আমালৈ এইটো কি কাম কৰিলা? লোকবিলাকৰ

কোনো এজনে তোমার ভার্য্যারে সৈতে অনায়াসে শয়ন করিব পারিলেহেঁতেন: সেয়ে হোৱা হলে, তুমি আমাক দোষগ্রস্ত করিলাহেঁতেন। [১১] পাছে অবীমেলকে সকলো লোকক এই আজ্ঞা দিলে, বোলে, যি কোনোৱে এই পুরুষক বা তেওঁর ভার্য্যাকে স্পর্শ করিব, নিশ্চয়ে তার প্রাণদণ্ড হব। [১২] সেই কালত ইচ্‌হাকে সেই দেশত ধান বৈ, সেই একে বছরতেই এশ গুণ পালে; আরু যিহোৱাই তেওঁক আশীর্ব্বাদ করিলত, সেই পুরুষ বড় মানুহ হল; [১৩] আরু বড় হৈ হৈ, ক্রমেরে অতিশয় মহান হল। [১৪] আরু তেওঁর অনেক মের-ধন, গো-ধন, আরু অনেক বন্দী-বেটী হল; এই কারণে পলেষ্টীয়াবিলাকে তেওঁলৈ ঈর্ষ্যা করিলে। [১৫] তাতে, তেওঁর পিতৃ অব্রাহামর দিনত, অব্রাহামর বন্দীবোৱে যি যি নাদ খানিছিল, সেই সকলোকে সিহঁতে মাটি দি পুতি বন্ধ করিলে। [১৬] পাছে অবীমেলকে ইচ্‌হাকক কলে, তুমি আমার ওচরর পরা গুচি যোৱা; কিয়নো তুমি আমাতকৈয়ো অতিশয় শক্তিমান হলা। [১৭] তেতিয়া ইচ্‌হাকে তার পরা গুচি গৈ, গরারর উপত্যকাত তাম্বু তরি, তাতেই নিবাস করিলে। [১৮] আরু তেওঁর পিতৃ অব্রাহামর দিনত খনা যি যি পানীর নাদ পলেষ্টীয়াবিলাকে অব্রাহামর মৃত্যুর পাছত পুতি পেলাইছিল, ইচ্‌হাকে পুনরায় সেইবোর নাদ খানি উলিয়ালে; আরু তেওঁর পিতৃয়ে দিয়া নামর দরেই, ইচ্‌হাকে সেইবোরর নাম দিলে। [১৯] আরু ইচ্‌হাকর বন্দীবোৱে সেই উপত্যকা খানি তাত এটা জরণী ভুমুক পালে। [২০] তাতে গরারর পশু-রখীয়াবোৱে ইচ্‌হাকর পশু-রখীয়াই সৈতে বিবাদ করি কলে, এই পানী আমার; এই হেতুকে ইচ্‌হাকে সেই নাদর নাম এচক [বিবাদ] রাখিলে; কারণ সিহঁতে তেওঁর লগত বিবাদ করিছিল। [২১] পাছে আরু এটা নাদ খানিলত, সিহঁতে তার নিমিত্তেও বিবাদ করিলে; তাতে ইচ্‌হাকে তার নাম চিত্না [বিপক্ষতা] রাখিলে। [২২] আকৌ তেওঁ তার পরা গৈ, আন এটা নাদ খানিলে; তার নিমিত্তে হলে সিহঁতে বিবাদ নকরিলে; তাতে তেওঁ তার নাম রহোবোৎ [বহল] রাখি কলে, এতিয়াহে যিহোৱাই আমাক বহল ঠাই দিছে; এতেকে আমি দেশত বৃদ্ধি হম। [২৩] পাছে তেওঁ তার পরা বের-চেবালৈ গলত, [২৪] সেই রাতিয়েই যিহোৱাই তেওঁক দর্শন দি কলে, ময় তোমার পিতৃ অব্রাহামর ঈশ্বর; ভয় নকরিবা; কিয়নো ময় তোমার সঙ্গী হৈ তোমাক আশীর্ব্বাদ করিম, আরু মোর আপোন দাস অব্রাহামলৈ চাই তোমার বংশ বৃদ্ধি করিম। [২৫] পাছে ইচ্‌হাকে সেই ঠাইতে যজ্ঞবেদি নির্ম্মাণ করি যিহোৱার নামেরে প্রার্থনা করিলে, আরু তাতে আপোন তাম্বু তরিলে। পাছে ইচ্‌হাকর বন্দীহঁতে তাত এটা নাদ খানিলে। [২৬] তার পাছে অবীমেলকে অহুজ্জৎ নামেরে আপোনার এজন বন্ধুক, আরু তেওঁর প্রধান সেনাপতি ফীখোলকো লগত লৈ, গরারর পরা ইচ্‌হাকর ওচরলৈ গল। [২৭] তাতে ইচ্‌হাকে তেওঁবিলাকক কলে, তোমালোকে মোক ঘিণ করি আপোনাবিলাকর ওচরর পরা খেদি পঠালা; এতিয়া নো মোর ওচরলৈ তোমালোক কেলেই আহিছা? [২৮] তাতে তেওঁবিলাকে কলে, যিহোৱা যে তোমার সঙ্গী, তাক আমি নিশ্চয়ে জানিলোঁ; আরু আমার মাজত, তোমারে আমারে মাজত এক শপথ হবলৈ, [২৯] আরু আমি যেনেকৈ তোমাক স্পর্শ করা নাই, আরু তোমার মঙ্গলর বাহিরে একো করা নাই, বরং কুশলে বিদায় করিছিলোঁ, তেনেকৈ তুমি যিহতে আমালৈ হিংসা নকরিবা, তোমারে সৈতে এনে নিয়ম স্থির করিবলৈ আমি কোৱামেলা করিলোঁ; তুমি এতিয়া যিহোৱার আশীর্ব্বাদ প্রাপ্ত হলা। [৩০] তেতিয়া, ইচ্‌হাকে তেওঁবিলাকলৈ ভোজ যুগুত করিলত, তেওঁবিলাকে ভোজন-পান করিলে। [৩১] পাছে তেওঁবিলাক দুজনে নিচেই রাতিপুৱাতে উঠি, ইজনে সিজনর আগত শপথ করিলে; তেতিয়া ইচ্‌হাকে তেওঁবিলাকক বিদায় করিলত, তেওঁবিলাক কুশলে তেওঁর ওচরর পরা গুচি গল। [৩২] আরু সেই দিনাই ইচ্‌হাকর বন্দীবোৱে আহি, সিহঁতে খনা এটা নাদর বিষয়ে তেওঁক সম্বাদ দিলেহি, বোলে, আমি পানী পালোঁ। [৩৩] তাতে তেওঁ সেই নাদর নাম চিবিয়া [শপথ] রাখিলে; এই হেতুকে আজিলৈকে সেই নগরর নাম বের-চেবা বুলি প্রখ্যাত।

[৩৪] পাছে এচৌৱে চল্লিশ বছর বয়সত, হিত্তীয়া বেরীর জীয়েক যিহুদীৎ আরু হিত্তীয়া এলোনর জীয়েক বাচমতক বিয়া করিলে; [৩৫] কিন্তু ইহঁত

দুজনী ইচ্‌হাক আৰু ৰিবিকাৰ মনত দুঃখ দিওঁতা হ'ল ।

যাকোবে ছলকৈ পিতৃৰ আশীৰ্ব্বাদ লোৱা ।

**২৭** তাৰ পাছে ইচ্‌হাক বৃদ্ধ হলত, চকু দুৰ্ব্বল হোৱা হেতুকে তেওঁৰ চকুৱে মনিব নোৱৰা হল ; এনে সময়ত তেওঁ আপোনাৰ বড় পুতেক এচৌক মাতি নি কলে, বোপা ; তেওঁ কলে, দেখোকময় আছোঁ ; [২] তাতে ইচ্‌হাকে কলে, দেখা, ময় বৃদ্ধ হলোঁ ; কোন দিনা মৰিম, তাক ময় নেজানো । [৩] এতেকে বিনয় কৰোঁ, তোমাৰ অস্ত্ৰশস্ত্ৰ, তোমাৰ তূন আৰু ধনু লৈ, বনলৈ গৈ মোলৈ পহু মাৰি আনাগৈ ; [৪] আৰু মোৰ মৃত্যুৰ পূৰ্ব্বেই, তোমাক মোৰ আত্মাই আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে, ময় ভাল পোৱা সুস্বাদু আহাৰ যুগুত কৰি, ময় খাবলৈ মোৰ ওচৰলৈ আনিবা । [৫] ইচ্‌হাকে আপোন পুত্ৰ এচৌক এই কথা কোৱা ৰিবিকাই শুনি আছিল । পাছে এচৌৱে পহু মাৰি আনিবৰ নিমিত্তে বনলৈ গলত, [৬] ৰিবিকাই আপোন পুত্ৰ যাকোবক কলে, দেখা, মোৰ মৃত্যুৰ পূৰ্ব্বেই, ময় খাই যিহোৱাৰ আগত তোমাক আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে, [৭] তুমি মোলৈ পহু মাৰি আনি মোৰ নিমিত্তে সুস্বাদু আহাৰ যুগুত কৰা, এই বুলি তোমাৰ পিতৃয়ে তোমাৰ ককায়েৰা এচৌক কোৱা ময় শুনিলোঁ । [৮] এতেকে, বোপা, এতিয়া ময় তোমাক যি আজ্ঞা দিওঁ, তুমি মোৰ কথা শুনি, সেই দৰেই কৰা । [৯] তুমি জাকলৈ গৈ, তাৰ পৰা দুটা উত্তম ছাগলী পোৱালি মোলৈ আনাগৈ ; তাৰে ময়, তোমাৰ পিতৃয়ে ভাল পোৱা সুস্বাদু আহাৰ তেওঁলৈ যুগুত কৰোঁ ; [১০] পাছত তুমি, তোমাৰ পিতৃৰ মৃত্যুৰ পূৰ্ব্বেই, তেওঁ তোমাক আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে, তেওঁ খাবলৈ, তাক তেওঁৰ ওচৰলৈ লৈ যাবা । [১১] তেতিয়া যাকোবে আপোন মাক ৰিবিকাক কলে, দেখা, মোৰ ককাই এচৌ নোমাল মানুহ ; কিন্তু ময় হলে নোমাল মানুহ নহওঁ । [১২] কিজানি মোক পিতৃয়ে হাত ফুৰাই চাব ; তাতে ময় তেওঁৰ আগত প্ৰবঞ্চক হম ; সেয়ে হলে, ময় নিজলৈ আশীৰ্ব্বাদ ননাই শাও মাথোন অনাম । [১৩] কিন্তু তেওঁৰ মাকে কলে, বোপা, তোমাৰ সেই শাও মোৰ ওপৰত পৰোক ; কেৱল মোৰ কথা মানি তাক আনাগৈ । [১৪] তেতিয়া তেওঁ গৈ তাক আনি মাকক দিলেহি ; তাতে মাকে, তেওঁৰ পিতৃয়ে ভাল পোৱা সুস্বাদু আহাৰ যুগুত কৰিলে । [১৫] পাছে, ঘৰত আপোনাৰ ওচৰত বড় পুতেক এচৌৰ যি উত্তম বস্ত্ৰ আছিল, ৰিবিকাই তাকে লৈ তেওঁৰ সৰু পুতেক যাকোবক পিন্ধালে । [১৬] আৰু সেই ছাগলী পোৱালি দুটাৰ ছাল দুখনো লৈ, তেওঁৰ হাত দুখনত, আৰু ডিঙিৰ নোম নোহোৱা ঠাইতো লগাই দি, [১৭] নিজে যুগুত কৰা সেই সুস্বাদু আহাৰ আৰু পিঠা আপোন পুত্ৰ যাকোবৰ হাতত দিলে । [১৮] তেতিয়া যাকোবে আপোন পিতৃৰ ওচৰলৈ গৈ কলে, হে পিতৃ ; তাতে তেওঁ কলে, দেখা, ময় আছোঁ ; বোপা, তুমি কোন ? [১৯] যাকোবে আপোন পিতৃক কলে, ময় আপোনাৰ বড় পুতেক এচৌ ; আপুনি মোক আজ্ঞা দিয়াৰ দৰে, ময় কৰিলোঁ ; বিনয় কৰোঁ, উঠি বহোক ; আৰু আপোনাৰ আত্মাই মোক আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে মোৰ পহু মঙহ ভোজন কৰোক । [২০] তেতিয়া ইচ্‌হাকে আপোন পুত্ৰক কলে, বোপা, তুমি ইমান বেগতে তাক কেনেকৈ পালা ? তেওঁ কলে, আপোনাৰ ঈশ্বৰ যিহোৱাই মোক অনুগ্ৰহ কৰিলে । [২১] ইচ্‌হাকে যাকোবক আৰু কলে, বোপা, মোৰ ওচৰলৈ চাপি আহাঁ ; তুমি স্বৰূপেই মোৰ পুত্ৰ এচৌ হোৱা নে নোহোৱা, তাক ময় হাত ফুৰাই চাওঁ । [২২] তেতিয়া যাকোবে আপোন পিতৃ ইচ্‌হাকৰ ওচৰলৈ চাপি গলত, তেওঁ হাত ফুৰাই চাই কলে, মাত হলে যাকোবৰ, কিন্তু হাত হলে এচৌৰ । [২৩] এই ৰূপে, তেওঁৰ হাত তেওঁৰ ককায়েক এচৌৰ হাতৰ দৰে নোমাল হোৱাতে, তেওঁ চিনিব নোৱাৰি, তেওঁক আশীৰ্ব্বাদ কৰিলে । [২৪] তেওঁ কলে, তুমি স্বৰূপেই মোৰ পুত্ৰ এচৌ হোৱা নে ? তাতে তেওঁ কলে, ময় হওঁ । [২৫] তেতিয়া ইচ্‌হাকে কলে, মোৰ ওচৰলৈ আনা ; মোৰ আত্মাই তোমাক আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে, মোৰ পুত্ৰই অনা পহু মঙহ ময় খাওঁ । তাতে তেওঁ নি দিলত, ইচ্‌হাকে ভোজন কৰিলে ; পাছে দ্ৰাক্ষাৰসো নি দিলত, তেওঁ তাকো পান কৰিলে । [২৬] তেতিয়া তেওঁৰ বাপেক ইচ্‌হাকে কলে, বোপা, তুমি ওচৰলৈ আহি মোক চুমা খোৱাহি । [২৭] পাছে তেওঁ ওচৰলৈ গৈ চুমা খালত, তেওঁৰ

কাপরর ঘ্রাণ পাই, তেওঁ এই কথা কৈ তেওঁক আশীর্ব্বাদ করিলে,

দেখা, মোর পুত্রর সুঘ্রাণ
যিহোবাই আশীর্ব্বাদ করা ক্ষেত্রর সুঘ্রাণর নিচিনা।
[২৮] ঈশ্বরে তোমাক আকাশর নিয়রত
আরু পৃথিবীর উর্ব্বরতাত উৎপন্ন
বহু শস্য আরু দ্রাক্ষারস দিওক।
[২৯] নানা বংশর লোক তোমার বন্দী হওক,
আরু নানা জাতিয়ে তোমার আগত প্রণিপাত করোক।
তুমি আপোন ভাইবিলাকর প্রভু হোবা;
আরু তোমার মাতৃর সন্তানবিলাকে তোমার আগত প্রণিপাত করোক।
তোমাক শাও দিওঁতাবোর শাপগ্রস্ত হওক,
আরু তোমাক আশীর্ব্বাদ করোঁতাবিলাক আশীর্ব্বাদপ্রাপ্ত হওক।

[৩০] তার পাছে ইচ্‌হাকে যাকোবক আশীর্ব্বাদ দি এঁটালত, যাকোবে আপোন পিতৃ ইচ্‌হাকর আগর পরা বাহির হৈ যোবা মাত্রকেই, তেওঁর ককায়েক এচৌ চিকারর পরা আহি পালেহি [৩১] পাছে তেবোঁ সুস্বাদু আহার যুগুত করি, আপোনার বাপেকর ওচরলৈ নি, তেওঁক কলে, হে মোর পিতৃ, উঠোক; আপোনার আত্মাই মোক আশীর্ব্বাদ করিবর নিমিত্তে, আপোনার পোৱাঁই মারি অনা পহুর মঙহ ভোজন করোক। [৩২] তাতে তেওঁর বাপেক ইচ্‌হাকে তেওঁক কলে, তুমি নো কোন? তেওঁ কলে, ময় আপোনার জ্যেষ্ঠ পুত্র এচৌ। [৩৩] তেতিয়া ইচ্‌হাকে অতি বড় কম্পনেরে কম্পমান হৈ কলে, তেন্তে যিটোৱে চিকার করি মোলৈ পহুর মঙহ আনিলে, সি কোন? তুমি অহার আগেয়েই ময় সেই সকলোকে খালোঁ, আরু তাক আশীর্ব্বাদো করিলোঁ, আরু সিয়েই আশীর্ব্বাদযুক্ত থাকিব। [৩৪] বাপেকর এই কথা শুনি এচৌৱে অতিশয় বেজার পাই, হুৱাওৱাওকৈ কান্দি আপোন বাপেকক কলে, হে মোর পিতৃ, মোকো আশীর্ব্বাদ করোক। [৩৫] তাতে তেওঁ কলে, তোমার ভায়েরাই আহি ছল করি, তুমি পাব লগীয়া আশীর্ব্বাদ ললে। [৩৬] তেতিয়া তেওঁ কলে, স্বরূপেই তার নাম যাকোব দিয়া নাই নে? কিয়নো সি মোর স্বত্ব এই-বারেরে ডুবার বুদ্ধি করি ললে; সি মোর জ্যেষ্ঠাধিকার ললে, আরু দেখা, এতিয়া মোর আশীর্ব্বাদো ললে। তেওঁ আকৌ কলে, আপুনি জানো মোলৈ একো আশীর্ব্বাদ রখা নাই। [৩৭] তেতিয়া ইচ্‌হাকে এচৌক উত্তর দি কলে, দেখা, ময় তাক তোমার ওপরত প্রভু পাতিলোঁ, আরু তার সকলো জ্ঞাতিবিলাককো তারেই বন্দী করি দিলোঁ; আরু তার প্রতিপালনর অর্থে ময় তাক শস্য আরু দ্রাক্ষারস দিলোঁ; এতিয়া হে বোপা, তোমার অর্থে নো কি করিব পারোঁ? [৩৮] তাতে এচৌৱে আকৌ আপোনার বাপেকক কলে, হে পিতৃ, আপোনার কেবল একেটা আশীর্ব্বাদহে আছিল নে? হে মোর পিতৃ, মোকো আশীর্ব্বাদ করোক, এই বুলি কৈ এচৌৱে বড়কৈ কান্দিবলৈ ধরিলে। [৩৯] পাছে তেওঁর বাপেক ইচ্‌হাকে কলে,

দেখা, তোমার বসতি পৃথিবীর সারুৱা মাটির পরা,
আরু আকাশর নিয়র বরষা ঠাইর পরা দূরৈত হব।
[৪০] তুমি আপোন তরোৱালর দ্বারায় জীবা,
আরু আপোন তায়ঁার অধীন হৈ থাকিবা;
পাছে তুমি অনবরত যত্ন করি,
আপোন ডিঙির পরা তার যুঁবলি ভাঙ্গি পেলাবা।

[৪১] পাছে যাকোবক তেওঁর বাপেকে যি আশীর্ব্বাদেরে বর দিছিল, তার নিমিত্তে এচৌৱে যাকোবক ঘিণ করি আপোন মনতে কলে, মোর পিতৃশোকর দিন ওচর চাপিছে, ইয়ার পাছে যাকোব ভাইক বধ করিম। [৪২] কিন্তু বড় পুতেক এচৌর সেই কথা লোকে রিবিকার আগত কলত, তেওঁ মানুহ পঠাই সরু পুতেক যাকোবক মতাই নি কলে, দেখা, তোমার ককায়েরা এচৌৱে তোমাক বধ করিম বুলি কৈ আপোনাকে সান্ত্বনা করিছে। [৪৩] এই হেতুকে, বোপা, মোর কথা শুনা; উঠা, তুমি হারণলৈ, মোর ককাই লাবনর ওচরলৈ পলাই যোবা; [৪৪] আরু তোমার ককায়েরার খং মার নেযায়মানে, [৪৫] তোমার ককায়েরার খং মার গৈ, তুমি তালৈ যি করিলা, তাক সি নেপাহরেমানে, কিছু দিন তেওঁর লগত থাকাগৈ; পাছে ময় মানুহ পঠাই তার পরা তোমাক

অনাম; একে দিনাই তোমালোক দুয়োরো পরা ময় কিয় বিরহিত হম ?

হারণলৈ যাকোবর প্রস্থান।

[46] পাছে রিবিকাই ইচহাকক কলে, এই হিত্তীয়া জীয়ারীবিলাকর কারণে, মোর জীবনত ঘিণ লাগিছে; যদি যাকোবেও ইহঁতর নিচিনা এই দেশীয় লোকর জীয়ারীবিলাকর কোনো হিত্তীয়া ছোৱালী বিয়া করে, তেন্তে ময় জীয়াই

২৮ থকার কি লাভ? [1] তেতিয়া ইচ্হাকে যাকোবক মাতি আশীর্ব্বাদ করিলে; আরু এই আজ্ঞা দি তেওঁক কলে, তুমি কনান দেশীয় কোনো ছোৱালী বিয়া নকরিবা; [2] উঠা, পদ্দন-অরামলৈ আপোন মাতামহ বথুৱেলর ঘরলৈ গৈ, তার পরা তোমার মোমায়েরা লাবনর জীয়েক-হঁতর মাজর কোনো একজনীক বিয়া করি আনাগৈ। [3] তোমার পরা জাতিসমূহ হব পরাকৈ, সর্ব্বশক্তিমান ঈশ্বরে তোমাক আশীর্ব্বাদ দি বহুবংশ আরু বৃদ্ধি করোক; [4] আরু তুমি প্রবাসী হৈ থকা এই যি দেশ ঈশ্বরে অব্রাহামক দিলে, তুমি ইয়াক অধিকার করিবর নিমিত্তে, তেওঁ অব্রাহামলৈ দিয়া আশীর্ব্বাদো তোমালৈ আরু তোমারে সৈতে তোমার বংশলৈ সফল করোক। [5] পাছে ইচ্হাকে যাকোবক বিদায় দিলত, তেওঁ পদ্দন-অরামলৈ, অরামীয়া বথুৱেলর পুত্র, যাকোব আরু এচৌর মাক রিবিকার ককায়েক লাবনর তলৈ গল। [6] এই রূপে ইচ্হাকে যাকোবক আশীর্ব্বাদ করি, পদ্দন-অরামর পরা ছোৱালী বিয়া করি আনিবলৈ পঠোৱা, আরু তেওঁক আশীর্ব্বাদ করোঁতে, তুমি কনানীয়া জীয়ারীহঁতর কোনো ছোৱালী বিয়া নকরিবা বুলি আজ্ঞাও দিয়া, [7] আরু যাকোবে আপোন পিতৃ-মাতৃর আজ্ঞা মানি, পদ্দন-অরামলৈ যোৱা যেতিয়া এচৌবে জানিলে, [8] আরু তাত বাজে, এই কনানীয়া জীয়ারীহঁতত আপোন পিতৃ ইচ্হাকর সন্তোষ নাই বুলিও যেতিয়া বুজিলে, [9] তেতিয়া এচৌবে আপোনার দুজনী তিরুতা থকাতো, তেওঁ ইশ্মায়েলর তলৈ গৈ, অব্রাহামর পুতেক ইশ্মায়েলর জীয়েক, নবায়োতর ভনীয়েক মহলতক বিয়া করি আনিলে।

বাটত যাকোবে সপোন দেখা।

[10] পাছে যাকোবে বের-চেবার পরা ওলাই হারণর ফাললৈ যাত্রা করিলে; [11] আরু বেলি মার যোৱাত, এখন ঠাই পাই তাতে তেওঁ রাতি থাকিল: আরু সেই ঠাইর শিল এটা লৈ, তাক মূরর তলত দি, সেই ঠাইতে পড়ি শুই থাকিল। [12] পাছে সপোনত, এটা মূর পৃথিবীত লগা, আন্টো মূর আকাশত লগা, এনে এখন জখলা তেওঁ দেখিলে, আরু তার ওপরেদি ঈশ্বরর দূতবিলাকক উঠিবর আরু নামিবর দেখিলে। [13] আরু দেখা, যিহোৱাই তেওঁর ওচরত থিয় হৈ কলে, ময়েই তোমার ওপর-পিতৃ অব্রাহামর ঈশ্বর যিহোৱা, আরু ইচ্হাকরো ঈশ্বর; এই যি ভূমিত তুমি শয়ন করিছা, ইয়াক ময় তোমাক আরু তোমার বংশকো দিম। [14] তোমার বংশ পৃথিবীর ধূলির নিচিনা অসংখ্য হব; তুমি পূব, পশ্চিম, উত্তর, আরু দক্ষিণলৈ বিস্তারিত হৈ যাবা; তোমাত আরু তোমার বংশতেই পৃথিবীর সমুদায় গোষ্ঠী আশীর্ব্বাদপ্রাপ্ত হব। [15] আরু দেখা, ময় তোমার লগত আছোঁ; যি যি ঠাইলৈ তুমি যাবা, সেই সেই ঠাইতে ময় তোমাক রক্ষা করিম; আরু পুনরায় এই দেশলৈ তোমাক ওলোটাই আনিম; কিয়নো ময় তোমাক কোৱা সকলো কথাকে সিদ্ধ নকরোঁমানে, ময় তোমাক ত্যাগ নকরোঁ। [16] পাছে যাকোবে টোপনির পরা সার পাই কলে, স্বরূপেই এই ঠাইত যিহোৱা আছে; কিন্তু ময় তাক জনা নাছিলোঁ। [17] আরু তেওঁ ভয় পাই কলে, ই কেনে ভয়ানক ঠাই! ই ঈশ্বরর গৃহ মাথোন, আন একো নহয়; আরু এয়েই স্বর্গরো দুবার। [18] পাছে যাকোবে অতি রাতিপুৱাতে উঠি, তেওঁ যি শিল মূরর তলত লৈছিল, তাকে স্তম্ভস্বরূপে স্থাপন করি, তার ওপরত তেল বাকি দিলে। [19] আরু তেওঁ সেই ঠাইর নাম বৈৎ-এল [ঈশ্বরর গৃহ] রাখিলে; কিন্তু পূর্ব্বে সেই নগরর নাম লূজ আছিল। [20] পাছে যাকোবে সঙ্কল্প করি এই প্রতিজ্ঞা করিলে, বোলে, যদি ঈশ্বর মোর সঙ্গী হয়, ময় যাব লগীয়া এই বাটত মোক রক্ষা করে, আরু খাবলৈ আহার, পিন্ধিবলৈকো বস্ত্র দিয়ে, [21] আরু তাতেই যদি ময় পিতৃর ঘরলৈ পুনরায় কুশলে আহিবলৈ পাওঁ, তেন্তে যিহোৱাই মোর

ঈশ্বৰ হব, [২২]আৰু মই স্তম্ভস্বৰূপে স্থাপন কৰা এই শিল ঈশ্বৰৰ গৃহ হব ; আৰু তুমি মোক যি যি দিবা, মই তাৰ দহ ভাগৰ এভাগ নিশ্চয়ে তোমাক দিম।

যাকোবৰ বিবাহ। তেওঁৰ এঘাৰ জন পুত্ৰৰ জন্ম।

**২৯** পাছে যাকোবে তাৰ পৰা উঠি যাত্ৰা কৰি, পূব দেশীয় সন্তানবিলাকৰ দেশ পালেগৈ। [২]তাতে তেওঁ দেখিলে, যে, পথাৰত এটা নাদ আছে, আৰু তাৰ ওচৰত তিনি জাক মেৰ শুই আছে ; কিয়নো মানুহে সেই নাদৰ পৰা জাক-বোৰক পানী খুৱায় ; আৰু সেই নাদৰ মুখ ঢকা শিল ডাঙৰ। [৩]পাছে নাদৰ ওচৰত আটাইবোৰ জাক গোট খোৱা হলে, মানুহে তাৰ মুখৰ শিল বগৰাই, মেৰক পানী খুৱাই এঁটাই, পুনৰায় নাদৰ মুখত শিলটো আগৰ দৰে দি থয়। [৪]পাছে যাকোবে সিবিলাকক সুধিলে, হে ভাইবিলাক, তোমালোক ক'ৰ মানুহ ? তাতে সিবিলাকে কলে, আমি হাৰণৰ মানুহ। [৫]তেতিয়া তেওঁ সিবিলাকক সুধিলে, তোমালোকে নাহোৰৰ নাতিয়েক লাবনক চিনি পোৱা নে ? সিবিলাকে কলে, আমি চিনি পাওঁ। [৬]তাতে তেওঁ সিৰিলাকক সুধিলে, তেওঁ কুশলে আছে নে ? সিৰিলাকে কলে, হয়, কুশলে আছে ; আৰু সৌৱা, চোৱা, তেওঁৰ জীয়েক ৰাহেলে মেৰৰ জাক লৈ আহিছে। [৭]তেতিয়া তেওঁ কলে, দেখা, এতিয়া বেলি বহুৎ আছে, মেৰৰ জাক গোটাবৰ সময় নৌ হয় ; তোমালোকে মেৰক পানী খুৱাই আকৌ চৰোৱাগৈ। [৮]কিন্তু সিবিলাকে কলে, আটাইবোৰ জাক গোট নেখায়মানে, তাক আমি কৰিব নোৱাৰোঁ : পাছে নাদৰ মুখৰ পৰা শিল বগৰোৱা হলে, আমি মেৰবোৰক পানী খুৱাম। [৯]এই ৰূপে তেওঁ সিবিলাকে সৈতে কথাবাৰ্ত্তা হৈ থাকোঁতেই, ৰাহেলে আপোনাৰ বাপেকৰ মেৰ লৈ পালেহি ; কিয়নো তাই সেইবোৰক ৰখিছিল। [১০]তেতিয়া যাকোবে আপোনাৰ মোমায়েক লাবনৰ জীয়েক ৰাহেলক, আৰু আপোনাৰ মোমায়েক লাবনৰ মেৰবোৰক দেখি, তেওঁ ওচৰ চাপি গৈ নাদৰ মুখৰ পৰা শিল বগৰাই দি, আপোন মোমায়েক সেই লাবনৰ মেৰ-জাকক পানী খুৱালে। [১১]পাছে যাকোবে ৰাহেলক চুমা খাই বৰকৈ কান্দিবলৈ ধৰিলে। [১২]আৰু আপুনি যে তেওঁৰ বাপেকৰ ভাগিনেক, ৰিবিকাৰ পুতেক, ইয়াকে যাকোবে ৰাহেলক কলত, তাই লৰি গৈ আপোনাৰ বাপেকক সম্বাদ দিলে। [১৩]তেতিয়া লাবনে আপোনাৰ ভাগিনেক যাকোবৰ বাৰ্ত্তা পাই, তেওঁক আগ বঢ়াই নিবলৈ লৰি আহিল ; আৰু তেওঁক সাবট মাৰি ধৰি চুমা খাই আপোনাৰ ঘৰলৈ লৈ গল। পাছে তেওঁ লাবনক সেই সকলো কথা কলত, [১৪]লাবনে কলে, তুমি নিশ্চয়ে মোৰ হাড় আৰু মোৰ মঙহ। পাছে যাকোব তেওঁৰ ঘৰত পুৰা এমাহ থাকিল। [১৫]তেতিয়া লাবনে যাকোবক কলে, তুমি মোৰ ভাগিন হোৱা হেতুকে জানো বিনামূল্যে মোৰ বন কৰিব লাগে ? তুমি কি বেচ লবা, তাক মোক কোৱা। [১৬]সেই সময়ত লাবনৰ দুজনী জীয়েক আছিল ; তাৰে বৰ জনীৰ নাম লেয়া, আৰু সৰু জনীৰ নাম ৰাহেল। [১৭]লেয়াৰ চকু নিস্তেজ আছিল ; কিন্তু ৰাহেল হলে সুন্দৰী আৰু দেখনীয়াৰ আছিল। [১৮]আৰু যাকোবে ৰাহেলক প্ৰেম কৰিছিল ; এই নিমিত্তে তেওঁ কলে, তোমাৰ সৰু জীয়েৰা ৰাহেলৰ নিমিত্তে মই তোমাৰ ইয়াত সাত বছৰ খাটি দিম। [১৯]তাতে লাবনে কলে, তাইক আন মানুহক দিয়াতকৈ তোমাক দিয়াই ভাল ; বাৰু, তুমি মোৰ লগতে থাকা। [২০]এই ৰূপে যাকোবে ৰাহেলৰ নিমিত্তে সাত বছৰ খাটি দিলে ; আৰু তাইক প্ৰেম কৰাৰ কাৰণে, তেওঁৰ মানত সেয়ে অলপ দিন যেন্হে লাগিল। [২১]পাছে যাকোবে লাবনক কলে, মোৰ নিয়মিত কাল পূৰ হল ; এতেকে মোৰ ভাৰ্য্যা মোক দিয়া, মই তেওঁত গমন কৰোঁ। [২২]তেতিয়া লাবনে সেই ঠাইৰ সকলো মানুহক গোটাই এটা ভোজ দিলে। [২৩]পাছে সন্ধ্যা হলত, আপোনাৰ জীয়েক লেয়াক নি তেওঁৰ ওচৰত দিলে ; তাতে তেওঁ লেয়াত গমন কৰিলে। [২৪]আৰু লাবনে জিল্পা নামেৰে আপোন বেটীকো, তেওঁৰ জীয়েক লেয়াৰ বেটী হবলৈ লেয়াক দিলে। [২৫]কিন্তু ৰাতি পুৱালত তেওঁ দেখিলে, যে, তেওঁ দেখোন লেয়াহে ; তাতে তেওঁ লাবনক কলে, তুমি মোলৈ এইটো কি, কাম কৰিলা ? ৰাহেলৰ নিমিত্তে জানো

ময় তোমাক খাটি দিয়া নাই? তেন্তে মোক কিয় ছল করিলা? [26] তেতিয়া লাবনে কলে, বড় জনীর আগেয়ে সরু জনীক দিয়া আমার ইয়াত দস্তুর নাই। [27] এতিয়া এইর সাত দিন পূর করা। তেতিয়া আমি তোমাক সিজনীও দিম; আরু তাইর নিমিত্তেও তুমি মোর ইয়াত সাত বছর খাটি দিবা। [28] তাতে যাকোবে সেই দরে করিলে; আরু সাত দিন পূর হলত, লাবনে আপোনার জীয়েক রাহেলকো তেওঁর লগত বিয়া দিলে। [29] আরু লাবনে আপোনার জীয়েক রাহেলকো, বিল্‌হা নামেরে তেওঁর বেটীক রাহেলর বেটী হবলৈ তেওঁক দিলে। [30] তেতিয়া তেওঁ রাহেলত গমন করিলে; আরু লেয়াতকৈ তেওঁ রাহেলক অধিক প্রেম করিলে; পাছে তেওঁ লাবনর তাত আরু সাত বছর খাটি দিলে।

[31] লেয়াক বেয়া পোৱা দেখি যিহোৱাই তেওঁক গর্ব্বধারণর শক্তি দিলে; কিন্তু রাহেল বাঁজী হল। [32] তাতে লেয়া গর্ব্ববতী হৈ এটী পুত্র প্রসব করি, তার নাম রূবেণ [পুত্রক দেখা] রাখিলে; কিয়নো তেওঁ কলে, যিহোৱাই মোর দুঃখলৈ চালে; কারণ এতিয়া স্বামীয়ে মোক প্রেম করিব। [33] পাছে তেওঁ পুনরায় গর্ব্ববতী হৈ এটী পুত্র প্রসব করি কলে, মোক যে তাল নেপায়, তাক যিহোৱাই শুনি মোক এইটোও দিলে; পাছে তেওঁ তার নাম চিমিয়োন [শ্রবণ] রাখিলে। [34] পুনরায় তেওঁ গর্ব্ববতী হৈ এটী পুত্র প্রসব করি কলে, এইবার হলে, মোর স্বামী মোত আসক্ত হব; কিয়নো ময় তেওঁলৈ তিনটী পুত্র প্রসব করিলোঁ; এতেকে তার নাম লেবী [আসক্ত] রাখিলে। [35] পাছে তেওঁ পুনরায় গর্ব্ববতী হৈ এটী পুত্র প্রসব করি কলে, এইবার হলে ময় যিহোৱার প্রশংসা করোঁ; এতেকে তেওঁ তার নাম যিহূদা [যিহোৱার প্রশংসা] রাখিলে; তার পাছে তেওঁ প্রসব করিবলৈ এরিলে।

৩০ রাহেলে যাকোবলৈ আপোনার সন্তান নজন্মা দেখি, বায়েকক অসূয়া করিবলৈ ধরিলে; আরু রাহেলে যাকোবক কলেও, বোলে, মোক সন্তান দিয়া; নহলে ময় মরিম। [2] তাতে রাহেললৈ যাকোবর ক্রোধ প্রজ্বলিত হলত, তেওঁ রাহেলক কলে, যি ঈশ্বরে তোমাক গর্ব্বফল নিদিয়াকৈ রাখিছে, ময় জানো তেওঁর প্রতিনিধি হৈছোঁ? [3] পাছে রাহেলে কলে, চোৱাছোন, মোর যি বিল্‌হা বেটী আছে, তুমি তাইত গমন করা; পাছে তাই মোর কোলাত পুত্র প্রসব করিব; তাতে ময়ো তাইর দ্বারায় সন্তান পাম। [4] তেতিয়া রাহেলে আপোনার বেটী বিল্‌হাক তেওঁর তিরুতা করি দিলে; তাতে যাকোবে তাইত গমন করিলত, [5] বিল্‌হাই গর্ব্ববতী হৈ যাকোবলৈ এটী পুত্র প্রসব করিলে। [6] তেতিয়া রাহেলে কলে, ঈশ্বরে মোর সোধ-বিচার করি, আরু মোর কাকুতিও শুনি, মোক এটী পুত্র দিছে; এই হেতুকে তেওঁ তার নাম দান [সোধ] রাখিলে। [7] পাছে রাহেলর বেটী বিল্‌হাই পুনর্ব্বার গর্ব্ববতী হৈ, যাকোবলৈ দ্বিতীয় পুত্র প্রসব করিলে। [8] তেতিয়া রাহেলে কলে, ময় বায়েৰ সৈতে মহামালযুদ্ধ করি জিকিলোঁ; এতেকে তেওঁ তার নাম নপ্তালী [মালযুদ্ধ] থলে। [9] পাছে লেয়াই নিজে প্রসব করিবলৈ এরা দেখি, তেরোঁ আপোনার বেটী জিল্পাক নি, যাকোবর তিরুতা করি দিলে। [10] তাতে লেয়ার বেটী জিল্পাই যাকোবলৈ এটী পুত্র প্রসব করিলত, [11] লেয়াই কলে, কেনে সুভাগ্য! আরু তেওঁ তার নাম গাদ [সুভাগ্য] রাখিলে। [12] পাছে লেয়ার বেটী জিল্পাই যাকোবলৈ দ্বিতীয় পুত্র প্রসব করিলে। [13] তাতে লেয়াই কলে, ময় সুখীয়া; কিয়নো তিরুতা লোকে মোক ধন্য ধন্য বুলি কব; এতেকে তেওঁ তার নাম আচের [সুখীয়া] রাখিলে। [14] পাছে ঘেঁহু ধান দোৱার সময়ত, রূবেণে ওলাই গৈ পথারত দূদা ফল পাই, আপোনার মাক লেয়াক আনি দিলে; তেতিয়া রাহেলে লেয়াক কলে, তোমার পোৱাঁই অনা দূদা ফলর ছুটামান মোকো দিয়া। [15] তাতে তেওঁ কলে, তুমি মোর স্বামীকে ললা, সেইটো জানো সরু কথা? এতিয়া মোর পোর দূদা ফলকো লব খোজা নে? তেতিয়া রাহেলে কলে, তোমার পোৱাঁর দূদা ফলর সলনি তেওঁ আজি রাতি তোমারে সৈতে শয়ন করিবগৈ। [16] পাছে গধূলি বেলিকা, যাকোব পথারর পরা আহোঁতে, লেয়াই তেওঁক আগ বঢ়াই আনিবলৈ বাহিরৈ গৈ তেওঁক কলে, তুমি মোত গমন করিব লাগে; কিয়নো তার বেচ ময় আপোন পোর দূদা ফল দিলোঁ; তাতে তেওঁ সেই রাতি লেয়াই সৈতে

শয়ন করিলে। [১৭] আৰু ঈশ্বৰে লেয়াৰ প্ৰাৰ্থনা শুনিলত, তেওঁ পুনৰ্ব্বাৰ গৰ্ত্তৱতী হৈ যাকোবলৈ পঞ্চম পুত্ৰ প্ৰসৱ কৰিলে। [১৮] তেতিয়া লেয়াই কলে, ময় স্বামীক আপোন বেটী দিছিলোঁ, তাৰ বেচ ঈশ্বৰে মোক দিলে; এই হেতুকে তেওঁ তাৰ নাম ইচাখৰ [বেচ] থলে। [১৯] পাছে লেয়া পুনৰ্ব্বাৰ গৰ্ত্তৱতী হৈ, যাকোবলৈ ষষ্ঠ পুত্ৰ প্ৰসৱ কৰিলে। [২০] তেতিয়া লেয়াই কলে, ঈশ্বৰে মোক উত্তম যৌতুক দিলে; এতিয়া'মোৰ স্বামী মোৰ লগত থাকিব; কিয়নো ময় তেওঁলৈ ছয়টী পুত্ৰ প্ৰসৱ কৰিলোঁ; তাতে তেওঁ তাৰ নাম জবূলূন [থকা] ৰাখিলে। [২১] তাৰ পাছে তেওঁ এজনী ছোৱালী প্ৰসৱ কৰি তাইৰ নাম দীনা ৰাখিলে। [২২] পাছে ঈশ্বৰে ৰাহেলক স্মঁৰৰি, আৰু তেওঁৰ প্ৰাৰ্থনাও শুনি, তেওঁকো গৰ্ত্তধাৰণৰ শক্তি দিলে। [২৩] তেতিয়া তেওঁ গৰ্ত্তৱতী হৈ এটী পুত্ৰ প্ৰসৱ কৰি কলে, ঈশ্বৰে মোৰ অপযশ দূৰ কৰিলে। [২৪] পাছে তেওঁ, যিহোৱাই মোক আৰু এটী পুত্ৰ দিওক বুলি, তাৰ নাম যোচেফ [বৃদ্ধি] ৰাখিলে।

লাবনে সৈতে যাকোবৰ নতুন বন্দোবস্ত।

[২৫] পাছে ৰাহেলে যোচেফক প্ৰসৱ কৰাৰ পাছত, যাকোবে লাবনক কলে, ময় নিজ ঠাইলৈ আৰু নিজ দেশলৈ যাওঁ, মোক বিদায় দিয়া। [২৬] আৰু ময় যিবিলাকৰ নিমিত্তে তোমাৰ ইয়াত খাটি দিলোঁ, মোৰ সেই ভাৰ্য্যা আৰু সন্তানবিলাক মোক দিয়া, ময় যাওঁ; কিয়নো ময় যি ৰূপ পৰিশ্ৰমেৰে তোমাৰ ইয়াত খাটি দিলোঁ, তাক তুমি নিজে জানিছা। [২৭] তেতিয়া লাবনে তেওঁক কলে, বিনয় কৰোঁ, যদি তোমাৰ দৃষ্টিত ময় অনুগ্ৰহপ্ৰাপ্ত হৈছোঁ, তেন্তে থাকা; যিহোৱাই যে মোক তোমালৈ চাই আশীৰ্ব্বাদ কৰিছে, তাক ময় অনুমান কৰি বুজিছোঁ। [২৮] তেওঁ আৰু কলে, তোমাৰ খাটনি-বেচৰ নিৰূপণ কৰি কোৱা, ময় দিম। [২৯] তেতিয়া যাকোবে তেওঁক কলে, ময় কেনেকৈ তোমাৰ ইয়াত খাটি দিছোঁ, আৰু তোমাৰ পশুৰ জাকবোৰ বা মোৰ লগত কি ৰূপে আছে, তাক তুমি নিজে জানিছা। [৩০] কিয়নো ময় অহাৰ আগেয়ে তোমাৰ অলপহে আছিল; এতিয়া হলে বাঢ়ি বাঢ়ি অনেক জাকসমূহ হৈ গৈছে; এই ৰূপে ময় যলৈকে গলোঁ, তাতে যিহোৱাই তোমাক আশীৰ্ব্বাক কৰিলে; কিন্তু মোৰ আপোন পৰিয়ালৰ নিমিত্তে নো ময় কেতিয়া কাম কৰিম? [৩১] তেতিয়া লাবনে কলে, ময় তোমাক কি দিম? যাকোবে কলে, তুমি মোক আন একোকে নিদি, যদি মোলৈ এই ৰূপ কাৰ্য্য কৰা, তেন্তে ময় পুনৰায় তোমাৰ পশুৰ জাক চৰাই প্ৰতিপাল কৰিম। [৩২] আজি ময় তোমাৰ আটাইবোৰ জাকৰ মাজেদি গৈ, সকলোৰে ফুটুকাফুটুকী, চিলাপখৰা, আৰু কলা বৰণেৰে মেৰবোৰ, আৰু চিলাপখৰা ও ফুটুকা-ফুটুকী ছাগলীবোৰকো বেলেগ বেলেগ কৰোঁগৈ; আৰু তেনেকুৱাবোৰেই মোৰ বেচ হব। [৩৩] তাতে, আগলৈ যেতিয়া তুমি মোৰ বেচ চাবলৈ আহিবা, তেতিয়া মোৰ ন্যায় কাৰ্য্যই তোমাৰ আগত মোৰ বিৰুদ্ধে সাক্ষ্য দিব; ছাগলীবোৰৰ মাজৰ ফুটুকাফুটুকী আৰু চিলাপখৰা নোহোৱা, আৰু মেৰবোৰৰ মাজত কলা নোহোৱা এনে পশু মোৰ লগত পালে, সেয়ে চুৰি বুলি গণিত হব। [৩৪] তেতিয়া লাবনে কলে, বাৰু, তোমাৰ কথাৰ দৰেই হওক। [৩৫] পাছে লাবনে সেই দিনাই ঢেকীয়াপতীয়া আঁচেৰে, আৰু চিলাপখৰা মটা ছাগবোৰক, আৰু ফুটুকাফুটুকী ও চিলাপখৰা, অৰ্থাৎ যিবোৰৰ বগা দাগ আছিল, এনে মাইকী ছাগলীবোৰকো, আৰু কলা বৰণেৰে মেৰবোৰকো বেলেগ কৰি আপোন পুতেকহঁতৰ হাতত সোধাই দিলে; [৩৬] আৰু তেওঁ আপোন জাকৰ পৰা যাকোবৰ জাক তিন'দিনৰ বাটলৈ আঁতৰাই পঠালে; পাছে যাকোবে লাবনৰ অৱশিষ্ট জাকবোৰ চৰাবলৈ ধৰিলে। [৩৭] তাৰ পাছে যাকোবে লিব্‌নি, লূজ, আৰু অৰ্ম্মোণ গছৰ কেঁচা ডাল কাটি আনি, আঁচআঁচকৈ সেইবোৰৰ ছাল গুচাই, কাঠৰ বগা বগা আঁচ উলিয়ালে; [৩৮] আৰু যি ঠাইত জাকবোৰে পানী খাবলৈ আহে, সেই ঠাইতে সিহঁতৰ সম্মুখত পানী খোৱা ঘোলনিৰ মাজত সেই ডালবোৰ থিয়কৈ থয়; তাতে পানী খোৱা সময়ত সিহঁত গাভিনী হয়; [৩৯] পাছে, জাকবোৰ সেই ডালবোৰৰ সম্মুখত গাভিনী হোৱাত, সিহঁতে ঢেকীয়াপতীয়া আঁচেৰে, আৰু ফুটুকাফুটুকী ও চিলাপখৰা পোৱালি জগায়। [৪০] তেতিয়া যাকোবে সেইবোৰ পোৱালি বেলেগ কৰি, লাবনৰ জাকত থকা সেই ঢেকীয়াপতীয়া

আঁচেরে পোৱালিবোরত, আৰু কলা বৰণীয়া মেৰ পোৱালিবোৰতো চকু পড়াকৈ, তালৈ মুকৈ জাকবোৰ ৰাখে ; এই ৰূপে লাবনৰ জাকে সৈতে তেওঁ আপোন জাকবোৰ নেৰাখি, সিহঁতক পৃথক করি থয় । [41] আৰু যেতিয়া বলী পশুবোৰ গাভিনী হয়, তেতিয়া সেই ডালবোৰৰ সম্মুখেহে যেন গাভিনী হয়, এই নিমিত্তে ঘোলনিৰ মাজত যাকোবে সেই ডালবোৰ থয় ; [42] কিন্তু দুৰ্ব্বল পশুবোৰৰ আগত হলে নথয় ; তাতে দুৰ্ব্বলবোৰ লাবনৰ, আৰু বলী পশুবোৰ যাকোবৰ হয় । [43] এই ৰূপে সেই মানুহ সম্পত্তিৰে অতিশয়ৰূপে বৃদ্ধি পাই, তেওঁৰ বিস্তৰ পশু, বন্দী, বেটী, উট, আৰু গাধও হল ।

যাকোব পলাই যোৱা । তেওঁ লাবনে সৈতে কৰা নিয়ম ।

৩১ পাছে যাকোবে, লাবনৰ পুতেকহঁতে এই কথা কোৱা শুনিলে, বোলে, যাকোবে আমাৰ পিতৃৰ সকলোকে হৰণ কৰিলে ; আৰু আমাৰ পিতৃৰ যি আছিল, তাৰ পৰাহে সি ইমান ঐশ্বৰ্য্য পাইছে । [2] আৰু যাকোবে লাবনৰ মুখ দেখি বুজিলে, যে, তেওঁৰ মুখ তেওঁলৈ আগৰ দৰে নহয় । [3] পাছে যিহোৱাই যাকোবক কলে, তুমি আপোন পৈতৃক দেশলৈ তোমাৰ জ্ঞাতি-বিলাকৰ ওলৈ উভটি যোৱা ; ময় তোমাৰ সঙ্গী হম । [4] তেতিয়া যাকোবে মানুহ পঠাই ৰাহেল আৰু লেয়াক আপোনাৰ জাকৰ ওচৰলৈ পথাৰলৈ মতাই সিবিলাকক কলে, [5] ময় দেখিছোঁ তোমা-লোকৰ পিতৃৰ মুখ মোলৈ পূৰ্ব্বৰ দৰে নহয় ; কিন্তু মোৰ পিতৃৰ ঈশ্বৰ হলে, মোৰ সঙ্গী হৈয়েই আছে । [6] মোৰ শক্তিয়ে আঁটেমানেলৈকে ময় যে তোমালোকৰ পিতৃৰ ইয়াত খাটি দিছোঁ, তাক তোমালোকেই জানা । [7] তথাপি তোমালোকৰ পিতৃয়ে মোক ছল কৰি, মোৰ বেচ দহবাৰ সলনি কৰিছে ; কিন্তু ঈশ্বৰে হলে, তেওঁক মোৰ হানি কৰিবলৈ দিয়া নাই । [8] তেওঁ যদি কয়, ফুটুকা-ফুটুকীবোৰ তোমাৰ বেচ হব, তেতিয়া জাকৰ আটাইবোৰে ফুটুকাফুটুকী পোৱালি জগায় ; আৰু তেওঁ যদি কয়, ঢেকীয়াপতীয়া আঁচেৰেবোৰ তোমাৰ বেচ হব, তেতিয়া জাকৰ আটাইবোৰে ঢেকীয়াপতীয়া আঁচেৰে পোৱালি জগায় । [9] এই ৰূপে ঈশ্বৰে তোমালোকৰ পিতৃৰ পশুবোৰ নি মোক দিছে । [10] পশুবোৰ গাভিনী হোৱা সময়ত, ময় সপোনত চকু তুলি দেখিলোঁ, যে, জাকৰ মাইকী ছাগলীবোৰৰ ওপৰত যিমান মটা ছাগ উঠিছে, সেই সকলোবেই ঢেকীয়াপতীয়া আঁচেৰে, আৰু ফুটুকাফুটুকী ও পখৰাপখৰী । [11] তেতিয়া ঈশ্বৰৰ দূতে সপোনত মোক কলে, হে যাকোব ; তাতে ময় কলোঁ, দেখোক, ময় আছোঁ । [12] তেওঁ কলে, সোৱা, মূৰ দাঙি চোৱা, জাকৰ মাইকী ছাগলীবোৰৰ ওপৰত যিমান মটা ছাগ উঠিছে, সেই আটাইবোৰ ঢেকীয়াপতীয়া আঁচেৰে, আৰু ফুটুকাফুটুকী ও পখৰাপখৰী ; কিয়নো লাবনে তোমালৈ যি যি কৰিছে, সেই সকলোকে ময় দেখিছোঁ । [13] যি ঠাইত তুমি স্তম্ভ অভিষেক কৰিছিলা, আৰু সঙ্কল্প কৰি মোৰ অৰ্থে প্ৰতিজ্ঞা কৰিছিলা, সেই বৈৎ-এলৰ ঈশ্বৰ ময় ; এতিয়া তুমি উঠা, আৰু এই দেশৰ পৰা ওলাই, আপোন জন্মভূমিলৈ উভটি যোৱা । [14] তাতে ৰাহেল আৰু লেয়াই উত্তৰ দি তেওঁক কলে, পিতৃৰ ঘৰত এতিয়ালৈকে আমাৰ কিবা ভাগ বা অধিকাৰ আছে নে ? [15] আমি জানো তেওঁৰ আগত বিদেশিনীৰূপে গণ্য হোৱা নাই ? কিয়নো তেওঁ আমাক বেচিলে, আৰু বেচি পোৱা ধনকো তেওঁ গ্ৰাস কৰিলে । [16] কিয়নো ঈশ্বৰে আমাৰ পিতৃৰ পৰা যিবোৰ সম্পত্তি নিলে, নিশ্চয়ে সেই সকলোবোৰ আমাৰ আৰু আমাৰ সন্তানবিলাক-ৰেই ; এতেকে এতিয়া ঈশ্বৰে তোমাক কোৱাৰ দৰে কাৰ্য্য কৰা । [17] তেতিয়া যাকোবে উঠি, আপোনাৰ সন্তান আৰু তিৰুতাবিলাককো উটত তুলি, [18] আপোনাৰ উপাৰ্জ্জিত পশুৰ জাক আদি সম্পত্তি, অৰ্থাৎ পদ্দন-অৰামত যিবোৰ পশুৰ জাক আদি আৰ্জ্জিছিল, সেই সকলোকে লৈ, কনান দেশলৈ আপোন পিতৃ ইচ্‌হাকৰ ওলৈ যাবৰ নিমিত্তে যাত্ৰা কৰিলে । [19] সেই সময়ত লাবনে মেৰৰ নোম কাটিবলৈ গৈছিল ; তাতে ৰাহেলে আপোন বাপেকৰ গৃহ-দেৱতাবোৰ চুৰকৈ আনিলে । [20] পাছে, অৰামীয়া লাবনে নজনাকৈ, যাওঁ বুলি যাকোবে তেওঁক একো সম্বাদ নিদিয়া-কৈ পলাল । [21] এই ৰূপে তেওঁ উঠি, আপোনাৰ সৰ্ব্বস্ব লৈ পলাই, নদী পাৰ হৈ গিলিয়দ পৰ্ব্বতৰ ফাললৈ মুখকৈ যাত্ৰা কৰিলে ।

²² পাছে যাকোব পলোৱাৰ বাৰ্ত্তা তৃতীয় দিনা লাবনক কোৱা হলত, ²³ তেওঁ আপোনাৰ কুটুম্ববিলাকক লগত লৈ, যাকোবৰ পাছে পাছে সাদিনৰ বাটলৈকে খেদি আহি, গিলিয়দ পৰ্ব্বতত তেওঁৰ লগ ধৰিলে। ²⁴ কিন্তু ৰাতি সপোনত ঈশ্বৰে অৰামীয়া লাবনৰ ওচৰলৈ আহি তেওঁক কলে, বোলে, সাৱধান হোৱা, তুমি যাকোবক ভাল-বেয়া একোকে নকবা। ²⁵ লাবনে যাকোবৰ লগ ধৰা কালত, যাকোবৰ তাম্বু পৰ্ব্বতত তৰা আছিল; পাছে লাবনেও আপোনাৰ কুটুম্ব-বিলাকে সৈতে গিলিয়দ পৰ্ব্বতত তাম্বু তৰিলে। ²⁶ পাছে লাবনে যাকোবক কলে, মই নজনাকৈ যে তুমি গুচি আহিলা, আৰু তৰোৱালেৰে বন্দী কৰি অনা লোকৰ দৰে মোৰ জীয়ঁতক লৈ আহিলা, এইটো নো তুমি কি কাম কৰিলা? ²⁷ মই খঞ্জৰি আৰু বীণাবাদ্যেৰে গান কৰি কৰি হৰিষেৰে তোমাক বিদায় দিবলৈ তুমি মোক একোকে নকৈ, মই নজনাকৈ গুপুতে কিয় পলাই আহিলা? ²⁸ মোৰ পো-জীবিলাকক চুমা খাব-লৈকো মোক নিদিলা, ইয়াতে তুমি অজ্ঞানৰ কৰ্ম্ম কৰিলা। ²⁹ তোমালোকৰ হানি কৰিবলৈ মোৰ শক্তি আছে; কিন্তু যোৱা ৰাতি তোমা-লোকৰ পৈতৃক ঈশ্বৰে মোক এই কথা কলে, সাৱধান হোৱা, যাকোবক তুমি ভাল-বেয়া একোকে নকবা। ³⁰ এতিয়া তুমি আপোন পিতৃৰ ঘৰলৈ যাবলৈ হাবিয়াহ কৰাৰ নিমিত্তে যাব লাগে হয়, কিন্তু মোৰ দেৱতাবোৰ চুৰকৈ আনিলা কিয়? ³¹ তাতে যাকোবে উত্তৰ কৰি লাবনক কলে, মই ভয় কৰিলোঁ; কিয়নো মই ভাবিছিলোঁ, যে, তুমি আপোন জীয়েৰাহঁতক কিজানি মোৰ পৰা বলেৰে কাঢ়ি লবা। ³² তোমাৰ দেৱতাবোৰ হলে, যাৰ তাত পাবা, সি জীয়াই নেথাকিব; মোৰ ইয়াত তোমাৰ কি কি বস্তু আছে, কুটুম্ববিলাকৰ আগতে তাক চিনি লৈ যোৱা। কিয়নো ৰাহেলে যে সেইবোৰ চুৰ কৰি আনিছিল, তাক যাকোবে জনা নাছিল। ³³ তাতে লাবনে যাকোবৰ তাম্বুত, লেয়াৰ তাম্বুত, আৰু দুজনী বেটীৰ তাম্বুতো সোমাই বিচাৰি নেপালে; তেতিয়া তেওঁ লেয়াৰ তাম্বুৰ পৰা ওলাই, ৰাহেলৰ তাম্বুত সোমালগৈ। ³⁴ কিন্তু ৰাহেলে সেই মূৰ্ত্তিবোৰ নি উটৰ গাদিৰ ভিতৰত সুমুৱাই থৈ, তাৰ ওপৰতে বহি আছিল; আৰু লাবনে তাম্বুটোৰ সকলোখনতে পাত্‌পাত্‌কৈ বিচাৰি নেপালে। ³⁵ ৰাহেলে আপোনাৰ বাপেকক কলে, মই আপোনাৰ আগত উঠিব নোৱাৰোঁ, ইয়াতে মোৰ প্ৰভুৱে বেজাৰ নকৰিব; কিয়নো মই বিধৃতি হৈছোঁ। এই ৰূপে তেওঁ বিচাৰিলত, সেই মূৰ্ত্তিবোৰ নেপালে। ³⁶ তেতিয়া যাকোবে খং উঠি, লাবনে সৈতে বিবাদ কৰিবলৈ ধৰিলে; আৰু যাকোবে লাবনক উত্তৰ দি কলে, মোৰ কি দোষ, কি পাপ আছে, যে, তুমি ইমান প্ৰজ্বলিত হৈ মোৰ পাছত খেদি আহিছা? ³⁷ তুমি মোৰ সকলো বস্তু পাত্‌পাত্‌কৈ খপিয়াই চাই, তোমাৰ ঘৰৰ কি বস্তু পালা? তাক মোৰ আৰু তোমাৰ কুটুম্ববিলাকৰ আগত ইয়াত থোৱা; সিবিলাকে আমাৰ উভয়ৰ মাজত সোধ-বিচাৰ কৰোক। ³⁸ এই বিশ বছৰ মই তোমাৰ তাত আছিলোঁ; তোমাৰ মেৰবোৰে বা ছাগলীবোৰে পোৱালি বিনচ কৰা নাই; আৰু তোমাৰ জাকৰ কোনো মতা মেৰ মই খোৱা নাই। ³⁹ তাত বাজে হিংসক জন্তুৱে মৰা পশু মই তোমাৰ ওচৰলৈ অনা নাই; মই নিজে তাৰ লোকচান ভৰিলোঁ; দিনত বা ৰাতি যি চুৰি হয়, তুমি তাকো মোৰ পৰা আদায় কৰিলা। ⁴⁰ আৰু মোৰ এনে অৱস্থা হৈছিল, যে, দিনৰ তাপ, আৰু ৰাতিৰ জাৰেও মোক খাইছিল, মোৰ চকুৰ পৰা টোপনিও গুচিছিল; ⁴¹ এই বিশ বছৰ মই তোমাৰ ঘৰত আছিলোঁ; তোমাৰ দুজনী জীয়েৰাৰ নিমিত্তে চৌদ্ধ বছৰ, আৰু তোমাৰ পশুবোৰৰ কাৰণে ছবছৰ মই তোমাৰ তাত খাটি দিলোঁ; ইয়াৰ ভিতৰত তুমি মোৰ বেচ দহ্‌বাৰ সলনি কৰিলা। ⁴² মোৰ পিতৃৰ ঈশ্বৰ, অৰ্থাৎ অব্ৰাহামৰ ঈশ্বৰ, আৰু ইচ্‌হাকে ভয় কৰা জনা মোৰ সঙ্গী নোহোৱা হলে, তুমি নিশ্চয়ে মোক শুদা-হাতে পঠালা-হেঁতেন। ঈশ্বৰে মোৰ দুঃখ আৰু হাতৰ পৰি-শ্ৰমলৈ দৃষ্টি কৰি, যোৱা ৰাতি তোমাক ধমকি দিলে। ⁴³ পাছে লাবনে যাকোবক উত্তৰ দি কলে, ছোৱালী কেইজনী মোৰ ছোৱালী, সন্তান-বিলাক মোৰ সন্তান, পশুৰ জাক মোৰ পশুৰ জাক, আৰু যি যি দেখিছা, সেই সকলোবোৰ মোৰেই; এতেকে মোৰ এই ছোৱালীহঁতলৈ, নাইবা ইহঁতে প্ৰসব কৰা এই সন্তানবিলাকলৈ

নো আজি ময় কি করিম ? ৪৪ তেন্তে, আহাঁ, আমি তুমিয়ে ময়ে এটা নিয়ম স্থির করোঁহঁক ; সেয়ে তোমারে মোরে মাজত সাক্ষী হব। ৪৫ তেতিয়া যাকোবে এটা শিল আনি তাক স্তম্ভ-স্বরূপে স্থাপন করিলে। ৪৬ আরু যাকোবে আপোনার কুটুম্ববিলাকক কলে, তোমালোকে শিল গোটোৱা ; তাতে সিবিলাকে শিল আনি এটা হাদাম বান্ধিলে ; আরু সিবিলাকে সেই ঠাইতে হাদামর ওচরতে ভোজন করিলে। ৪৭ পাছে লাবনে তার নাম যিগর-চাহদুথা [সাক্ষীর হাদাম] রাখিলে ; কিন্তু যাকোবে হলে, তার নাম গলেদ [ সাক্ষীর হাদাম ] রাখিলে। ৪৮ তেতিয়া লাবনে কলে, এই হাদামেই আজি তোমারে মোরে মাজত সাক্ষী হৈছে। এই হেতুকে তার নাম গলেদ রখা হল ; ৪৯ আরু মিস্পাও [ প্রহরি-স্থান ] বোলে, কিয়নো তেওঁ কলে, আমি ইজনে সিজনে আঁতরাআঁতরি হোৱাত, যিহোৱাই তোমার আরু মোর মাজত পর দি থাকোক। ৫০ তুমি যদি মোর জীহঁতক দুঃখ দিয়া, নাইবা মোর জীহঁতর বাহিরে অন্য তিরুতা আনা, তেন্তে, আমার ওচরত কোনো মানুহ নেথাকিব হয়, কিন্তু দেখা, ঈশ্বর মোর আরু তোমার মাজত সাক্ষী হব। ৫১ লাবনে যাকোবক আরু কলে, এই হাদাম, আরু তোমারে মোরে মাজত ময় স্থাপন করা এই স্তম্ভ দেখা ; ৫২ অপকার করিবলৈ, এই হাদাম পার হৈ ময়ো তোমার ওচরলৈ নেযাওঁ, তুমিও এই হাদাম আরু এই স্তম্ভ পার হৈ মোর ওচরলৈ নাহিবা, ইয়ার সাক্ষী এই হাদাম, আরু ইয়ার সাক্ষী এই স্তম্ভ। ৫৩ অব্রাহামর ঈশ্বর আরু নাহোরর ঈশ্বর, সিবিলাকর পিতৃরো ঈশ্বরে তোমারে মোরে মাজত সোধ-বিচার করোক। তেতিয়া যাকোবে আপোন পিতৃ ইচ্‌হাকে ভয় রখা জনার নামেরে শপথ করিলে। ৫৪ পাছে যাকোবে পর্ব্বতত বলিদান করি, আপোনার সেই কুটুম্ববিলাকক ভোজন করিবলৈ মাতিলে ; তাতে সিবিলাকে ভোজন করি পর্ব্বতে সেই রাতি থাকিল। ৫৫ পাছে লাবনে নিচেই রাতিপুৱাতে উঠি আপোনার পো-জীবিলাকক চুমা খালে, আরু সিবিলাকক আশীর্ব্বাদো করিলে। এই রূপে লাবনে প্রস্থান করি, নিজ ঠাইলৈ উভটি গল।

৩২ পাছে যাকোব বাটত যাওঁতে যাওঁতে, ঈশ্বরর দূতবিলাকে তেওঁর লগত সাক্ষাৎ করিলে ; ২ তাতে যাকোবে সিবিলাকক দেখি কলে, এইবিলাক ঈশ্বরর সৈন্যসমূহ ; এই হেতুকে সেই ঠাইর নাম মহনয়িম [সৈন্যসমূহ] রাখিলে।

**যাকোবে এচৌলৈ উপহার পঠোৱা। স্বর্গদূতে সৈতে যাকোবর মালযুদ্ধ।**

৩ পাছে যাকোবে আপোনার আগৈয়ে, চেয়ীর দেশ ইদোম অঞ্চললৈ আপোন ককাই এচৌর ওচরলৈ দূতক এই আজ্ঞা দি পঠালে, ৪ তহঁতে মোর প্রভু এচৌক কবি, যে, আপোনার বন্দী যাকোবে এই রূপে কৈ পঠাইছে, বোলে, ময় লাবনর তাত প্রবাস করি এতিয়ালৈকে আছিলোঁ ; ৫ তাতে মোর গরু, গাধ, মের, ছাগ, আরু বন্দী-বেটীও হল : আরু ময় প্রভুর দৃষ্টিত অনুগ্রহ পাবর নিমিত্তে মোর প্রভুলৈ সম্বাদ পঠাইছোঁ। ৬ পাছে দূতবিলাকে যাকোবর ওচরলৈ উভটি আহি কলে, বোলে, আমি আপোনার ককায়েরা এচৌর তলৈ গৈ আহিলোঁ ; তেওঁ চারি শ মানুহ লগত লৈ আপোনারে সৈতে সাক্ষাৎ করিবলৈ আহিছে। ৭ তেতিয়া যাকোবে অতিশয় ভয় পোৱাত, তেওঁর ভত নাইকিয়া হল ; পাছে লগর মানুহবিলাকক আরু গরু মের আদি সকলো জাকক আরু উটবোরকো দুদল করি কলে, ৮ এচৌ আহি যদি এদলক মারেহি, তথাপি অৱশিষ্ট দল রক্ষা পাব। ৯ তেতিয়া যাকোবে কলে, হে মোর পিতৃ অব্রাহামর আরু মোর পিতৃ ইচ্‌হাকরো ঈশ্বর যিহোৱা, তুমি মোক কৈছিলা, যে, তোমার দেশলৈ আরু তোমার জ্ঞাতিবিলাকর ওচরলৈ উভটি যোৱা ; ময় তোমার মঙ্গল করিম। ১০ তুমি আপোন দাসলৈ যি সকলো দয়া আরু সত্য ব্যৱহার করিলা, ময় তার একেরিও যোগ্য নহওঁ ; কিয়নো ময় হাতর লাখুটিডালিরে মাথোন এই যর্দ্দন নদী পার হৈ গৈছিলোঁ ; কিন্তু এতিয়া ময় দুদল হলোঁ। ১১ ময় মিনতি করোঁ, মোর ককাই এচৌর হাতর পরা মোক রক্ষা করা ; কারণ তেওঁ আহি মোক, আরু মাকে সৈতে লরাবিলাকক বধ করিব বুলি ময় তেওঁলৈ ভয় করিছোঁ ; ১২ তুমি কৈছিলা, ময় নিশ্চয়ে তোমার মঙ্গল করিম ; আরু সাগরর যি বালি বাহুল্যর কারণে গণিব নোৱারি, তার দরে ময় তোমার

বংশ বৃদ্ধি করিম। [১৩] পাছে যাকোবে সেই রাতি তাতে থাকি, [১৪] তেওঁর হাতত থকা সম্পত্তির পরা, দুশ মাইকী ছাগলী আৰু বিশটা মটা ছাগ, দুশ মাইকী মের আৰু বিশটা মটা মের ছাগ, [১৫] আৰু পোৱালিয়ে সৈতে ত্রিশ জনী খিরতী উট, চল্লিশ জনী গাই গৰু আৰু দহোটা ভতরা গৰু, বিশ জনী গাধী আৰু দহোটা গাধ পোৱালি, এই সকলোকে ককায়েক এচৌর নিমিত্তে উপহার-স্বরূপে লৈ, [১৬] এক এক জাক আপোনার এটা এটা বন্দীর হাতত সোধাই দি, সিহঁতক এই আজ্ঞা দিলে, বোলে, তহঁত মোতকৈ আগৈয়ে যাহঁক; আৰু ইজাক সিজাকর মাজত ঠাই রাখি রাখি যাবিহঁক। [১৭] পাছে তেওঁ প্রথমটো বন্দীক এই আজ্ঞা দিলে, বোলে, মোর ককাই এচৌৱে তোক লগ পাই যেতিয়া সুধিব, যে, তয় ক'র মানুহ? কলৈ যাব? আৰু আগত থকা সেইবোর বা কার? [১৮] তেতিয়া তয় কবি, যে, আপোনার বন্দী যাকোবর; এইবোর মোর প্রভু এচৌলৈ দি পঠোৱা উপহার; আৰু দেখোক, তেওঁ আমার পাছতে। [১৯] এই রূপে দ্বিতীয় তৃতীয় আদি করি জাকবোরর পাছত যোৱা আটাইকে তেওঁ আজ্ঞা দি কলে, এচৌক লগ পালে, তহঁতে এই একে দরেই কবিহঁক; [২০] তাত বাজে আৰু কবি, দেখোক, আপোনার বন্দী যাকোবো আমার পাছতে। কিয়নো তেওঁ মনত ভাবিলে, যে, মোর আগে আগে যোৱা সেই উপহারর দ্বারায় তেওঁর মুখ প্রসন্ন করি, পাছে তেওঁরে সৈতে দেখাদেখি হমগৈ; তাতে কিজানি তেওঁ মোলৈ অনুগ্রহ করিব পারে। [২১] এই রূপে তেওঁর আগৈয়ে উপহার গল; কিন্তু তেওঁ নিজে সেই রাতি আপোন ছাউনির মাজতে থাকিল।

[২২] পাছে তেওঁ সেই রাতিয়েই উঠি, আপোনার দুজনী ভার্য্যা, দুজনী বেটী, আৰু আপোনার এঘারটা পুতেককো পারঘাটেদি যব্বোক জুরী পার করালে। [২৩] তেওঁ সিবিলাকক লৈ সিপারলৈ পঠাই দিলে, আৰু আপোনার সকলো দ্রব্যও পঠাই দিলে। [২৪] পাছে যাকোব তাত অকলেই রল। তেতিয়া এজন পুরুষে রাতিপুৱালৈকে তেওঁরে সৈতে মালযুদ্ধ করিলে। [২৫] সেই পুরুষে তেওঁক জিকিব নোৱরা যেন দেখি, তেওঁর করঙনর জোরা চুলে; তাতে যাকোবে যুজোঁতে, আপোনার করঙনর জোরা লরিল। [২৬] তেতিয়া সেই পুরুষ জনাই কলে, মোক এরি দিয়া; কিয়নো রাতি পুৱাল। তাতে তেওঁ কলে, আপুনি মোক আশীর্ব্বাদ নকরিলে, ময় আপোনাক এরি দিব নোৱারোঁ। [২৭] সেই পুরুষ জনাই আৰু কলে, তোমার নাম কি? তেওঁ কলে, যাকোব। [২৮] তাতে পুরুষ জনাই কলে, তোমাক যাকোব নামেরে আৰু মতা নহব; কিন্তু ইস্রায়েল [ঈশ্বরর লগত যুজ করোঁতা] বুলিহে মতা হব; কিয়নো তুমি ঈশ্বরে সৈতে আৰু মানুহে সৈতেও যুজ করিলা, আৰু জিকিলা। [২৯] তেতিয়া যাকোবে তেওঁক সুধিলে, আপোনার বা নাম কি, কওকছোন। তাতে সেই পুরুষ জনাই কলে, মোর নাম নো তুমি কিয় সোধা? এই বুলি সেই ঠাইতে তেওঁক আশীর্ব্বাদ করিলে। [৩০] তেতিয়া যাকোবে সেই ঠাইর নাম পনীয়েল [ঈশ্বরর মুখ] রাখিলে; কিয়নো তেওঁ কলে, ময় ঈশ্বরক সম্মুখাসম্মুখিকৈ দেখা পালতো, মোর প্রাণ রক্ষা পড়িল। [৩১] পাছে তেওঁ পনূয়েল পার হৈ যাওঁতে, সূর্য্য উদয় হল; আৰু তেওঁর করঙনর সাঁফি লরাত, তেওঁ লেকেচিয়াব ধরিলে। [৩২] এই কারণে ইস্রায়েলর সন্তানবিলাকে আজিলৈকে পশুর করঙনর জোরার শির নেখায়; কিয়নো তেওঁ যাকোবর করঙনর জোরার সেই শির চুইছিল।

### যাকোবে এচৌর লগত সাক্ষাৎ করা।

**৩৩** তার পাছে যাকোবে আপোনার চকু তুলি চাই, চারি শ মানুহে সৈতে এচৌক আহিবর দেখি, তেওঁ সন্তানবিলাকক ভাগ বাঁটি, লেয়া, রাহেল, আৰু দুজনী বেটীর হাতত সোধাই দিলে; [২] আগত দুজনী বেটী আৰু সিহঁতর সন্তানবিলাক, তার পাছত লেয়া আৰু তেওঁর সন্তানবিলাক, [৩] শেষত রাহেল আৰু যোচেফক থৈ, নিজে সিবিলাকর আগে আগে গৈ, মাটিলৈ মুকৈ সাত্‌বার প্রণিপাত করি করি আপোনার ককায়েকর ওচর পালেগৈ। [৪] তেতিয়া এচৌৱে তেওঁর লগত সাক্ষাৎ করিবলৈ লরি আহি, তেওঁক সাবটি মারি ডিঙিত ধরি চুমা খালে; আৰু দুয়ো কান্দিবলৈ ধরিলে। [৫] পাছে এচৌৱে চকু তুলি চাই, তিরুতাবিলাকক আৰু সন্তান-

বিলাককো দেখি সুধিলে, তোমার লগত এই-বিলাক নো কোন ? তাতে তেওঁ কলে, ঈশ্বরে অনুগ্রহ করি আপোনার বন্দীক দিয়া সন্তান। [৬] তেতিয়া দুজনী বেটী আরু সিহঁতর সন্তান-বিলাকো ওচরলৈ গৈ প্রণিপাত করিলে। [৭] পাছে লেয়ায়ো সন্তানবিলাকে সৈতে ওচর চাপি প্রণিপাত করিলে ; শেষত যোচেফ আরু রাহেলেও ওচরলৈ গৈ প্রণিপাত করিলে। [৮] পাছে এচৌৱে সুধিলে, যিবিলাক জাক ময় লগ পাইছিলোঁ, সেই সকলো কিহর নিমিত্তে ? যাকোবে কলে, মোর প্রভুর দৃষ্টিত অনুগ্রহ পাবর নিমিত্তে। [৯] তেতিয়া এচৌৱে কলে, ভাই, মোর অধিক আছে ; তোমার বস্তু তোমালৈ থাওক। [১০] তাতে যাকোবে কলে, নহয় নহয়, বিনয় করোঁ, ময় যদি আপোনার দৃষ্টিত অনুগ্রহ পাইছোঁ, তেন্তে মোর হাতর পরা মোর সেই উপহার গ্রহণ করোক ; কিয়নো, ময় ঈশ্বরর মুখ দেখার দরে আপোনার মুখ দেখিছোঁ, আরু আপুনিও মোলৈ প্রসন্ন হৈছে। [১১] ময় বিনয় করোঁ, আপোনালৈ যি উপহার অনা হল, তাক গ্রহণ করোক ; কিয়নো ঈশ্বরে মোক অনুগ্রহ করিলে, আরু মোর সকলো আছে। এই রূপে কাবৌকোকালি করি ধরিলত, এচৌৱে তাক ললে। [১২] পাছে এচৌৱে কলে, আহঁা, আমি যাত্রা করোঁহঁক, যাওঁহঁক, আরু ময় তোমার আগে আগে গৈ থাকোঁ। [১৩] তাতে যাকোবে কলে, এই সন্তানবিলাক কোমল, আরু পোৱালিক পিয়াহ দিয়া মের গরু আদির জাকবোরো মোর লগত আছে, তাক প্রভুৱে জানেই ; এতেকে মানুহবিলাকে এদিনকে যদি সিহঁতক বড়কৈ খেদি নিয়ে, তেন্তে আটাইবোর জাক মরিব। [১৪] এই হেতুকে ময় বিনয় করোঁ, মোর প্রভু আপোন বন্দীর আগেয়ে যাওক ; ময় চেঙীরত মোর প্রভুর ওচর নেপাওঁগৈমানে, মোর আগত থকা জাকবোর আরু লরাবোরো যিমান্‌কৈ চলিব পারে, সিমানে ধীরে ধীরে লৈ যাম। [১৫] পাছে এচৌৱে কলে, তেন্তে মোর লগর কিছু-মান মানুহ তোমার লগত থৈ যাওঁ। তাতে তেওঁ কলে, কেলেই লাগিছে ? মোলৈ প্রভুর অনুগ্রহ হলেই হয়। [১৬] পাছে এচৌৱে সেই দিনাই চেঙীরর কাললৈ আপোন বাটেদি উলটি গল ; [১৭] আরু যাকোবে হলে, চুকোতলৈ যাত্রা করি গৈ, আপোনালৈ ঘর, আরু পশুবোরলৈকো পজা সাজিলে ; এই নিমিত্তে সেই ঠাইর নাম চুক্কোৎ [পজাবোর] বুলি মতা হল।

### দীনার ভ্রষ্টতার প্রতিশোধ।

[১৮] পাছে যাকোবে পদ্দন-অরামর পরা আহি কুশলে কনান দেশর চিখিম নগর পাই, নগরর সম্মুখত আপোনার তাম্বু তরিলে। [১৯] পাছে তেওঁ চিখিমর বাপেক হমোরর সন্তানবিলাকক এশ কচীতা রূপ দি, সিবিলাকর হাতর পরা, তেওঁ নিজে তাম্বু তরা মাটিডোখর কিনি ললে। [২০] আরু তাতে তেওঁ এটা যজ্ঞবেদি স্থাপন করি, তার নাম এল-এলোহে-ইস্রায়েল [ ঈশ্বর, ইস্রায়েলর ঈশ্বর ] রাখিলে।

৩৪ পাছে দীনা নামেরে যি জনী ছোৱালী লেয়াই যাকোবলৈ প্রসব করিছিল, তাই সেই দেশর জীয়ারীহঁতর লগত দেখা করিবলৈ ওলাই গল। [২] তাতে সেই দেশর অধিপতি হিব্বীয়া হমোরর পুতেক চিখিমে তাইক দেখি ধরি নি, তায়ে সৈতে শয়ন করি তাইক ভ্রষ্ট করিলে। [৩] আরু যাকোবর জীয়েক সেই দীনাত তেওঁর মন বড়কৈ আসক্ত হোৱাত, তেওঁ সেই ছোৱালীক প্রেম করিলে, আরু তাইক মরমেরে কথা কলে। [৪] পাছে চিখিমে আপোনার বাপেক হমোরক কলে, তুমি এই ছোৱালীজনী মোক বিয়া করাই দিয়া। [৫] পাছে যাকোবে আপোনার জীয়েক দীনাক তেওঁ ভ্রষ্ট: করা কথা শুনিলে ; তেতিয়া তেওঁর পুত্রবিলাক পথারত পশুর জাকর লগত আছিল ; আরু সিবিলাক নহালৈকে যাকোবে মনে মনে আছিল। [৬] পাছে চিখিমর বাপেক হমোরে যাকোবে সৈতে কথাবার্ত্তা হবলৈ, তেওঁর ওচরলৈ ওলাই আহিল। [৭] আরু যাকোবর পুত্রবিলাকেও শুনামাত্রে পথারর পরা আহিল ; সিবিলাকে বেজার পাই অতিশয় ক্রুদ্ধ হল ; কিয়নো যাকোবর জীয়েকর লগত শয়ন করাত, তেওঁ ইস্রায়েলর মাজত, করিব নলগীয়া দুর্দ্দশর কর্ম্ম করিলে। [৮] তেতিয়া হমোরে সিবিলাকে সৈতে কথাবার্ত্তা হৈ কলে, মোর পো চিখিমে তোমালোকর :জীয়ারীজনীলৈ বড়কৈ হেঁপাহ করিছে ; ময় বিনয় করোঁ, তোমালোকে মোর

পুত্ৰৰে সৈতে তাইক বিয়া দিয়া। ৯ আৰু আমাৰে সৈতে বিবাহৰ সম্বন্ধ কৰা; তোমালোকৰ জীয়াৰী আমালৈ দিয়া, আৰু আমাৰ জীয়াৰী তোমালোকে গ্ৰহণ কৰা। ১০ আৰু তোমালোকে আমাৰে সৈতে নিবাস কৰা; দেশখনেই তোমালোকৰ আগত আছে; ইয়াতে নিবাস কৰি বেচা-কিনা কৰি ঐশ্বৰ্য্যৱন্তো হোৱা। ১১ আৰু চিখিমে তাইৰ বাপেক আৰু ভায়েক-ককায়েকবিলাককো কলে, মোলৈ তোমালোকৰ অনুগ্ৰহ-দৃষ্টি হওক; আৰু তোমালোকে মোক যিহকে কোৱা, মই তাকে দিম। ১২ গা-ধন যিমান অধিককৈ খোজা, আৰু যিমান মান ধৰিব লাগে, তোমালোকে মোক কোৱাৰ দৰেই তাক কৰিম; তোমালোকে ছোৱালীজনী মাথোন মোৰ লগত বিয়া দিয়া। ১৩ কিন্তু চিখিমে সিবিলাকৰ ভনীয়েক দীনাক ভ্ৰষ্ট কৰিলে দেখি, যাকোবৰ পুত্ৰবিলাকে ছল কৰি, তেওঁক আৰু তেওঁৰ বাপেক হমোৰক উত্তৰ দি এই কথা কলে, ১৪ আমাৰ ভনীক চুন্নৎ নোহোৱা মানুহক দিয়া এনে কৰ্ম্ম আমি কৰিব নোৱাৰোঁ; কিয়নো কৰিলে, আমাৰ দুৰ্নাম হব। ১৫ কেৱল এটা কাৰ্য্য কৰিলে হলে, আমি তোমালোকৰ কথাত মান্তি হম; যদি আমাৰ নিচিনাকৈ প্ৰত্যেক পুৰুষ চুন্নৎ হোৱা, ১৬ তেন্তে আমি তোমালোকলৈ আমাৰ জীয়াৰী দিম, তোমালোকৰ জীয়াৰীকো আমি গ্ৰহণ কৰিম, আৰু তোমালোকে সৈতে নিবাস কৰি একে জাতি হম। ১৭ কিন্তু চুন্নৎ হবলৈ তোমালোকে যদি আমাৰ কথা নুশুনা, তেন্তে আমি আমাৰ জীয়াৰীক লৈ গুচি যামগৈ। ১৮ তেতিয়া সিবিলাকৰ সেই কথাত হমোৰ আৰু তেওঁৰ পুতেক চিখিমেও সন্তোষ পালে। ১৯ আৰু সেই যুৱা পুৰুষে সেই কৰ্ম্ম কৰিবলৈ পলম নকৰিলে; কিয়নো তেওঁ যাকোবৰ জীয়েকক বৰ ভাল পাইছিল, আৰু তেওঁ আপোন পিতৃবংশত সকলোতকৈ মান্যৱান আছিল। ২০ পাছে হমোৰ আৰু তেওঁৰ পুতেক চিখিমে আপোনাৰ নগৰৰ দুৱাৰ-মুখলৈ গৈ, আপোনাৰ নগৰৰ মানুহবিলাকে সৈতে কথোপকথন কৰি কলে, ২১ এই মানুহবিলাক আমাৰে সৈতে মিলেৰে আছে; এতেকে আহাঁ, আমি সিবিলাকক দেশত নিবাস কৰিবলৈ, আৰু ইয়াতে বেচা-কিনা কৰিবলৈকো দিওঁহঁক; কিয়নো দেখা, এই দেশ সিবিলাকক জোৰাকৈ আছে; বিয়া কৰিবৰ অৰ্থে সিবিলাকৰ জীয়াৰী আমি আনিম, আৰু আমাৰ জীয়াৰীকো সিবিলাকক দিম। ২২ কিন্তু এই কথা মাথোন আছে, যে, সিবিলাক যি ৰূপ চুন্নৎ হোৱা লোক, আমি প্ৰত্যেক পুৰুষো সেই ৰূপে চুন্নৎ হলেহে, সিবিলাকে আমাৰ মাজত নিবাস কৰি একে জাতি হবলৈ আমাৰ কথাত মান্তি হব। ২৩ সিবিলাকৰ মেৰ, ছাগ, আৰু গৰুৰ জাক, সিবিলাকৰ সম্পত্তি, আৰু সিবিলাকৰ ভাৰ বোৱা পশুবোৰ জানো আমাৰ নহব? কেৱল সিবিলাকৰ সেই কথাত আমি মান্তি হওঁহঁক; তাতে সিবিলাকে আমাৰে সৈতে নিবাস কৰিব। ২৪ তেতিয়া সেই নগৰৰ দুৱাৰেদি ওলোৱা সকলো মানুহে তেওঁৰ আৰু তেওঁৰ পুতেক চিখিমৰ সেই কথাত মান্তি হল; তাতে তেওঁৰ সেই নগৰৰ দুৱাৰেদি ওলোৱা প্ৰত্যেক পুৰুষৰ চুন্নৎ কৰা হল। ২৫ পাছে তৃতীয় দিনা সিহঁত যাৰ বিষেৰে পীড়িত হলত, দীনাৰ ককায়েক চিমিয়োন আৰু লেবী যাকোবৰ এই দুজন পুতেকে প্ৰতিজনে আপোন আপোন তৰোৱাল লৈ, হঠাৎ নগৰ আক্ৰমণ কৰি আটাই পুৰুষক বধ কৰিলে। ২৬ আৰু সিবিলাকে হমোৰক আৰু তেওঁৰ পুতেক চিখিমক তৰোৱালৰ ধাৰেৰে বধ কৰি, চিখিমৰ ঘৰৰ পৰা দীনাক উলিয়াই লৈ আহিল। ২৭ সিহঁতে সিবিলাকৰ ভনীয়েকক ভ্ৰষ্ট কৰিলে দেখি, যাকোবৰ পুত্ৰবিলাকে সেই হত লোকবিলাকৰ ভালৈ গৈ নগৰখন লুট কৰিলে। ২৮ সিহঁতৰ মেৰ, ছাগ, গৰু, গাধ আদি নগৰত থকা আৰু পথাৰত থকা সকলো বস্তুকে সিবিলাকে হৰণ কৰিলে; ২৯ তাত বাজে, সিহঁতৰ সৰু সৰু লৰা-ছোৱালীবোৰ, আৰু সিহঁতৰ তিৰুতাবোৰকো সিবিলাকে বন্দী কৰি আনিলে, আৰু সিহঁতৰ সকলো ধন, আৰু ঘৰত থকা সকলোকে লুট কৰিলে। ৩০ তেতিয়া যাকোবে চিমিয়োন আৰু লেবীক কলে, তহঁতে এই দেশ-নিবাসী কনানীয়া আৰু পৰীজ্জীয়া লোকবিলাকৰ মাজত মোক দুৰ্গন্ধ যেন কৰি ব্যাকুল কৰিলিহঁক; আৰু মোৰ লোক তাকৰ হোৱাত, সিহঁতে মোৰ অহিতে গোট খাই মোক বধ কৰিব; এই ৰূপে মই সপৰিয়ালে বিনষ্ট হম।

৩১ তাতে সিবিলাকে কলে, সি জানো আমার ভনীক বেশ্যার দরে ব্যবহার করিব পায় ?

বৈৎ-এললৈ যাকোবর যাত্রা। রাহেল
আরু ইচ্‌হাকর মৃত্যু।

৩৫ পাছে ঈশ্বরে যাকোবক কলে, উঠা, তুমি বৈৎ-এললৈ গৈ তাত নিবাস করাগৈ; আরু তোমার ককায়েরা এচৌর আগর পরা তুমি পলাই যোৱা সময়ত, যি জনাই তোমাক দর্শন দিছিল, সেই ঈশ্বরর উদ্দেশে তাত এটা যজ্ঞবেদি নির্ম্মাণ করাগৈ। ২ তাতে যাকোবে আপোনার পরিয়াল আরু তেওঁর লগর সকলো মানুহ-বিলাকক কলে, তোমালোকর মাজত যিবোর ইতর দেবতা আছে, তোমালোকে সেইবোর দূর করা, আরু আপোনাবিলাকক শুচি করি আন কাপর পিন্ধা; ৩ আরু আহাঁ, আমি উঠি বৈৎ-এললৈ যাওঁহঁক; আরু যি জনাই মোর দুঃখর সময়ত, মোর প্রার্থনার উত্তর দিছিল, আরু ময় যোৱা বাটত মোর সঙ্গী হৈছিল, সেই ঈশ্বরর উদ্দেশে ময় সেই ঠাইতে এটা যজ্ঞবেদি নির্ম্মাণ করোঁগৈ। ৪ তাতে সিবিলাকে আপোনার হাতত থকা আটাইবোর ইতর দেবতা, আরু কাণর কুণ্ডলবোরো যাকোবক দিলে; তেতিয়া যাকোবে সেই সকলোকে লৈ, চিখিমর ওচরর এলা গছজোপার তলতে পুতি থলে। ৫ পাছে সিবিলাকে যাত্রা করিলে; চারিওফালর নগর-বোরত ঈশ্বরর পরা মহাভয় উপস্থিত হোৱা হেতুকে, তার মানুহবোরে যাকোবর পুত্রবিলাকর পাছত খেদি নগল। ৬ এই রূপে যাকোব আরু তেওঁর লগত থকা সকলো লোকবিলাক কনান দেশর লূজলৈ, অর্থাৎ বৈৎ-এললৈ গল; ৭ আরু তাতে তেওঁ এটা যজ্ঞবেদি নির্ম্মাণ করি, সেই ঠাইর নাম এল-বৈৎ-এল [ বৈৎ-এলর ঈশ্বর ] রাখিলে; কিয়নো, তেওঁ আপোন ককায়েকর আগর পরা পলাই যোৱা সময়ত, ঈশ্বরে তাতে তেওঁক দর্শন দিছিল। ৮ পাছে রিবিকার দবোরা ধাত্রী মরিলত, বৈৎ-এলর নামনিত থকা এজোপা অল্লোন বৃক্ষর তলত তাইক মৈদাম দিয়া হল; তাতে সেই ঠাইর নাম অল্লোন-বাখুৎ [ ক্রন্দন-বৃক্ষ ] হল।

৯ পদ্দন-অরামর পরা যাকোব উভটি আহিলত, ঈশ্বরে তেওঁক পুনরায় দর্শন দি আশীর্ব্বাদ করিলে। ১০ আরু ঈশ্বরে তেওঁক কলে, তোমার নাম এতিয়া যাকোব; কিন্তু যাকোব বুলি আরু মতা নহব; তোমার নাম ইস্রায়েলহে হব; এই দরে তেওঁ তেওঁর নাম ইস্রায়েল রাখিলে। ১১ ঈশ্বরে তেওঁক আরু কলে, ময়েই সর্ব্বশক্তিমান ঈশ্বর; তুমি বহুবংশ হৈ বাঢ়ি বাঢ়ি যোৱা; তোমার পরা এক জাতি, এনে কি, জাতিসমূহ হব; আরু তোমার ঔরসত রজাবিলাকো উৎপন্ন হব; ১২ আরু ময় অব্রাহাম আরু ইচ্‌হাকক দিয়া দেশ তোমাক আরু তোমার ভাবি-বংশকো দিম। ১৩ পাছে ঈশ্বরে তেওঁরে সৈতে কথাবার্ত্তা হোৱা ঠাইতে তেওঁক এরি, ওপরলৈ গমন করিলে। ১৪ আরু যাকোবে তেওঁরে সৈতে কথাবার্ত্তা হোৱা সেই ঠাইতে এটা স্তম্ভ, এটা শিলর স্তম্ভ স্থাপন করি, তার ওপরত পেয় নৈবেদ্য উৎসর্গ করিলে, আরু তার ওপরত তেল ঢালি দিলে। ১৫ আরু তেওঁরে সৈতে ঈশ্বরে কথাবার্ত্তা হোৱা সেই ঠাইর নাম যাকোবে বৈৎ-এল রাখিলে। ১৬ পাছে সিবিলাক বৈৎ-এলর পরা যাত্রা করি গৈ, ইফ্রাথ পাবলৈ কিছু বাট থাকোঁতেই, রাহেলর প্রসববেদনা হল; আরু তেওঁ প্রসব করিবলৈ তেওঁর বড় কষ্ট হল। ১৭ তেওঁ প্রসব করোঁতে কষ্ট পোৱাত, ধাত্রীয়ে তেওঁক কলে, ভয় নকরিব; কিয়নো এইবারো আপোনার এটী পুত্রসন্তান হব। ১৮ পাছে তেওঁ প্রাণত্যাগ করা সময়তেই, (কিয়নো তেওঁ মরিল) সেই পুত্রর নাম বিন-ওনী [মোর কষ্টর পুত্র] রাখিলে; কিন্তু তার বাপেকে হলে, তার নাম বিন্যামীন [সোঁ হাতর পুত্র] রাখিলে। ১৯ রাহেলর মৃত্যু হলত, ইফ্রাথ অর্থাৎ বৈৎ-লেহমলৈ যোৱা বাটর ওচরতে তেওঁক মৈদাম দিয়া হল। ২০ পাছে যাকোবে তেওঁর মৈদামর ওপরত এটা স্থাপন করিলে; রাহেলর মৈদামর সেই আজিলৈকে আছে। ২১ পাছে ইস্রায়েলে তার পরা যাত্রা করি, এদরর ওথ ঘরর সিফালে আপোনার তাম্বু তরিলে। ২২ আরু ইস্রায়েলে সেই দেশত নিবাস করা সময়ত, রূবেণে আপোনার বাপেকর উপপত্নী বিল্‌হার লগতে শয়ন করিলেগৈ; সেই কথা ইস্রায়েলে শুনিলে। ২৩ যাকোবর পুত্র হলে বার জন। সিবিলা-

কর মাজত, যাকোবর জ্যেষ্ঠ পুত্ৰ রূবেণ, আরু পাছর চিমিয়োন, লেবী, যিহূদা, ইচাখৰ, আরু জবূলন ; এইবিলাক লেয়াৰ সন্তান। [২৪] যোচেফ আরু বিন্যামীন ৰাহেলৰ সন্তান। [২৫] দান আরু নপ্তালী ৰাহেলৰ বেটী বিল্‌হাৰ সন্তান। [২৬] গাদ আরু আচের লেয়াৰ বেটী জিল্লাৰ সন্তান। এই-বিলাকেই পদ্দন-অৰামত জন্মা যাকোবর পুত্ৰ। [২৭] পাছে কিৰিয়ৎ-অৰ্ব্ব অৰ্থাৎ হিব্ৰোণৰ যি মম্ৰিত অব্ৰাহাম আরু ইচ্‌হাকে প্ৰবাস করিছিল, যাকোবে সেই ঠাইত আপোন পিতৃ ইচ্‌হাকর ওচরত উপস্থিত হল্‌গৈ। [২৮] ইচ্‌হাকর আয়ুষর কাল এশ আশী বছর। [২৯] এই রূপে ইচ্‌হাক বৃদ্ধ হৈ সম্পূৰ্ণ আয়ুষ পাই প্ৰাণ ছাৰি দি মৰিলত, আপোন লোকবিলাকৰ লগলৈ তেওঁক নিয়া হল ; তাতে তেওঁৰ পুত্ৰ এচৌ আরু যাকোবে তেওঁক মৈদাম দিলে।

### এচৌর বংশাৱলি।

৩৬ এচৌ যাক ইদোমো বোলে, তেওঁর বৃত্তান্ত এই। [২] এচৌৱে হিত্তীয়া এলোনৰ জীয়েক আদা, আরু হিব্বীয়া চিবিয়োনৰ নাতিনীয়েক অনাৰ জীয়েক অহলীবামা, কনানীয়া জীয়াৰী-হঁতৰ এই ছুজনী ছোৱালীক, [৩] আরু ইশ্মায়েলৰ জীয়েক নবায়োতৰ ভনীয়েক বাচমতকো বিয়া করিছিল। [৪] আদাই এচৌলৈ ইলীফজক প্ৰসব করিলে, আরু বাচমতে রূৱেলক প্ৰসব করিলে ; [৫] আরু অহলীবামাই যিয়ূচ, যালম, আরু কোরহক প্ৰসব করিলে ; এইবিলাকেই কনান দেশত জন্মা এচৌর পুত্ৰ। [৬] পাছে এচৌৱে আপোনাৰ তিৰুতাবিলাক, পো-জীবোৰ, আরু আপোনাৰ ঘৰত থকা আন আটাইবিলাক মানুহ, মেৰ, ছাগ, আরু গরুৰ জাক, তাৰ বোৱা আপোনাৰ পশুবোৰ, আরু কনান দেশত উপাৰ্জ্জন কৰা সকলো সম্পত্তিকে লৈ, আপোন ভাই যাকোবৰ ওচৰৰ পৰা আন দেশলৈ উঠি গল। [৭] কিয়নো, সিবিলাকৰ ধন-সম্পত্তি অধিক হোৱাত, সিবিলাকে একে ঠাইতে থাকিব নোৱাৰিলে, আরু আপোন আপোন পশুৰ জাকৰ নিমিত্তে, সিবিলাকে প্ৰবাসী হোৱা দেশত থাকিবলৈ সিবিলাকক ঠায়ে নুজুৰিলে। [৮] এই রূপে এচৌৱে চেয়ীৰ পৰ্ব্বতত নিবাস করিলেগৈ ; সেই এচৌকে ইদোমো বোলে। [৯] চেয়ীৰ পৰ্ব্বতত থকা ইদোমীয়াবিলাকৰ ওপৰপিতৃ এচৌৰ বৃত্তান্ত এই। [১০] এচৌৰ সন্তানবিলাকৰ এই এই নাম ; এচৌৰ তিৰুতা আদাৰ পুত্ৰ ইলীফজ, আরু এচৌৰ তিৰুতা বাচমতৰ পুত্ৰ রূৱেল। [১১] আরু ইলীফজৰ পুত্ৰ তৈমন, ওমাৰ, চফো, গয়িতম, আরু কনজ। [১২] এচৌৰ পুত্ৰ ইলীফজৰ তিম্না নামেৰে যি উপপত্নী আছিল, তাই হলে ইলীফজলৈ অমালেকক প্ৰসব করিলে ; এইবিলাকেই এচৌৰ তিৰুতা আদাৰ নাতীয়েক। [১৩] আরু রূৱেলৰ পুত্ৰ নহৎ, জেৰহ, চম্মা, আরু মিজ্জা ; এইবিলাক এচৌৰ তিৰুতা বাচমতৰ নাতীয়েক। [১৪] আরু চিবিয়োনৰ নাতিনীয়েক অনাৰ জীয়েক এচৌৰ তিৰুতা যি অহলীবামা, তাইৰ পুত্ৰ যিয়ূচ, যালম, আরু কোরহ ; এই-বিলাক তেওঁ এচৌলৈ প্ৰসব করিলে। [১৫] এচৌৰ সন্তানবিলাকৰ মাজত এই এইবিলাক গাম আছিল ; এচৌৰ জ্যেষ্ঠ পুত্ৰ ইলীফজৰ পুতেক তৈমন গাম, ওমাৰ গাম, চফো গাম, কনজ গাম, [১৬] কোরহ গাম, গয়িতম গাম, আরু অমালেক গাম ; এইবিলাক ইদোম দেশৰ ইলীফজৰ ঔৰসত জন্মা গাম ; এইবিলাক আদাৰ নাতীয়েক। [১৭] আরু এচৌৰ পুত্ৰ রূৱেলৰ পুতেক এইবিলাক, নহৎ গাম, জেৰহ গাম, চম্মা গাম, আরু মিজ্জা গাম ; এইবিলাক ইদোম দেশৰ রূৱেলৰ ঔৰসত জন্মা গাম ; এইবিলাকেই এচৌৰ তিৰুতা বাচমতৰ নাতীয়েক। [১৮] এচৌৰ তিৰুতা অহলীবামাৰ পুত্ৰ এইবিলাক, যিয়ূচ গাম, যালম গাম, আরু কোরহ গাম ; এইবিলাক অনাৰ জীয়েক এচৌৰ তিৰুতা অহলীবামাৰ গৰ্ভত জন্মা গাম। [১৯] এই-বিলাক এচৌৰ সন্তান, আরু এইবিলাকেই সিবিলাকৰ গাম ; এই এচৌকে ইদোমো বোলে।

[২০] সেই দেশনিবাসী হোৰীয়া চেয়ীৰৰ সন্তান এইবিলাক, লোটন, চোবল, চিবিয়োন, অনা, দিচোন, এচৰ, আরু দীচন ; [২১] এইবিলাক ইদোম দেশৰ চেয়ীৰৰ সন্তান হোৰীয়া বংশত উৎপন্ন হোৱা গাম। [২২] আরু লোটনৰ সন্তান হোৰী আরু হেমম ; লোটনৰ তিম্না নামেৰে এজনী ভনীয়েকো আছিল। [২৩] আরু চোবলৰ সন্তান এইবিলাক, অল্‌বন, মানহৎ, এবল, চফো, আরু ওনম। [২৪] চিবিয়োনৰ সন্তান অয়া

আরু অনা ; এই অনাই আপোনার বাপেক চিবিয়োনর গাধ চরাওঁতে, অরণ্যত তপত পানীর পুং পাইছিল। [25] এই অনার পুত্র দিচোন, আরু অনার জীয়েক অহলীবামা। [26] আরু দিচোনর পুত্র হিম্‌দন, ইচ্‌বন, যিত্রন, আরু করান। [27] আরু এচরর পুত্র বিল্‌হন, জাবন, আরু অকন। [28] আরু দীচনর পুত্র উচ আরু অরান। [29] হোরীয়া বংশত উৎপন্ন হোৱা গাম এইবিলাক, লোটন গাম, চোবল গাম, চিবিয়োন গাম, অনা গাম, দিচোন গাম, এচর গাম, [30] আরু দীচন গাম ; সিবিলাকর নাম অনুসারে এইবিলাকেই চেয়ীর দেশর হোরীয়া বংশত উৎপন্ন হোৱা গাম আছিল।

[31] ইস্রায়েলর সন্তানবিলাকর ওপরত কোনো রজাই রাজত্ব করার পূর্ব্বেই, ইদোম দেশত রাজত্ব করা রজা এইবিলাক। [32] বিয়োরর পুত্র বিলাই ইদোমত রাজত্ব করিছিল ; তেওঁর নগরর নাম দিন্‌হাবা। [33] বিলার মৃত্যু হলত, বস্রাত থকা জেরহর পুত্র যোববে তেওঁর সলনি রাজত্ব করিছিল। [34] আরু যোববর মৃত্যু হলত, তৈমন দেশীয় হূচমে তেওঁর সলনি রাজত্ব করিছিল। [35] আরু হূচমর মৃত্যু হলত, তেওঁর সলনি মোৱাবর পথারত মিদিয়নক জয় করা বদদর পুত্র হদদে রাজত্ব করিছিল ; তেওঁর নগরর নাম অবীৎ। [36] আরু হদদর মৃত্যু হলত, তেওঁর সলনি মস্রেকার চম্লাই রাজত্ব করিছিল। [37] আরু চম্লার মৃত্যু হলত, তেওঁর সলনি ফরাৎ নদীর ওচরর রহোবোতীয়া চৌলে রাজত্ব করিছিল। [38] পাছে চৌলর মৃত্যু হলত, তেওঁর সলনি অক্‌বোরর পুত্র বাল্‌হাননে রাজত্ব করিছিল। [39] আরু অক্‌বোরর পুত্র বাল্-হাননর মৃত্যু হলত, তেওঁর সলনি হদরে রাজত্ব করিছিল ; তেওঁর নগরর নাম পাউ আছিল ; তেওঁর ভার্য্যার নাম মে-জাহবর নাতিনীয়েক মট্রেদর জীয়েক মহেটবেল। [40] এচৌর বংশর যিবিলাক গাম আছিল, সিবিলাকর গোষ্ঠী, ঠাই, আরু নাম অনুসারে সিবিলাকর এই এই নাম ; তিম্না গাম, অল্‌বা গাম, যিথেৎ গাম, [41] অহলীবামা গাম, এলা গাম, পীনোন গাম, [42] কনজ গাম, তৈমন গাম, মিব্‌চর গাম, [43] মগ্দীয়েল গাম, আরু ঈরম গাম ; আপোন আপোন অধিকৃত দেশত আপোন আপোন বসতির ঠাই অনুসারে এইবিলাকেই ইদোমর গাম আছিল। ইদোমীয়াবিলাকর আদিপিতৃ এচৌর বৃত্তান্ত সমাপ্ত।

যোচেফক মিচর দেশলৈ বেচি পঠোৱা।

**৩৭** যাকোবে আপোন পিতৃর প্রবাসস্থান কনান দেশতে নিবাস করিলে। [2] যাকোবর বিবরণ এই। যোচেফে সোতের বছর বয়সত আপোন ককায়েকবিলাকে সৈতে পশুর জাক চরাইছিল ; আরু তেওঁ লরা মানুহ দেখি, আপোনার বাপেকর তিরুতা বিল্‌হা আরু জিল্পার পুতেকহঁতর লগত আছিল ; আরু যোচেফে বাপেকর আগত সিবিলাকর কুসম্বাদ জনাইছি। [3] যোচেফ ইস্রায়েলর বৃদ্ধ কালত হোৱা লরা দেখি, তেওঁ আনবিলাক পুতেকতকৈ তেওঁক অধিক স্নেহ করে, আরু তেওঁক এটা দীঘল আস্তিনর দীঘল চোলাও দিলে। [4] কিন্তু তেওঁর ককায়েকবিলাকতকৈ বাপেকে তেওঁক অধিক স্নেহ করা দেখি, ককায়েকবিলাকে যোচেফক ঘিণ করে ; এই নিমিত্তে সিবিলাকে তেওঁক মরমেরে কথা কব নোৱারে। [5] পাছে যোচেফে এটা সপোন দেখি, তাক ককায়েকবিলাকক কলে, ইয়াতে সিবিলাকে তেওঁক আগতকৈয়ো অধিককৈ ঘিণ করিলে। [6] তেওঁ সিবিলাকক কলে,ময় যি সপোন দেখিলোঁ, বিনয় করোঁ, তাক শুনা। [7] দেখা, আমি পথারর মাজত শস্যর মুঠি বান্ধিছিলোঁ ; তাতে দেখা, মোর মুঠি উঠি থিয় হল ; আরু দেখা, তোমালোকর মুঠিবোরে চারিওফালে থিয় হৈ মোর মুঠির আগত প্রণিপাত করিলে। [8] তাতে তেওঁর ককায়েকবিলাকে তেওঁক কলে, তেনে হলে তয় নিশ্চয়ে আমার ওপরত রজা হবি নে কি? আমার ওপরত নিশ্চয়ে তয় অধিকার করিবি হবলা? পাছে তেওঁর সেই সপোন, আরু তেওঁর কথার নিমিত্তেও, সিবিলাকে তেওঁক আগতকৈয়ো অধিককৈ ঘিণ করিলে। [9] পাছে যোচেফে আরু এটা সপোন দেখি, তেওঁর ককায়েকবিলাকর আগত তার বৃত্তান্ত কলে, বোলে, দেখা, ময় আরু এটা সপোন দেখিলোঁ ; তাতে দেখা, সূর্য্য, চন্দ্র, আরু এঘারটা তরাই মোর আগত প্রণিপাত করিলে। [10] তেওঁ ইয়াকে আপোনার বাপেক আরু

ককায়েকবিলাকক কলত, তেওঁর বাপেকে তেওঁক ডবিয়াই কলে, তয় এইটো কি সপোন দেখিলি ? ময়, তোর মার, আরু ককায়েরহঁত আমি তোর আগত মাটিত পড়ি প্রণিপাত করিবলৈ আহিম নে ? ১১ তাতে তেওঁর ককায়েকবিলাকে তেওঁক অসূয়া করিলে ; কিন্তু বাপেকে হলে, সেই কথা মনত রাখিলে। ১২ পাছে তেওঁর ককায়েক-বিলাকে চিখিমত বাপেকর জাকবোর চরাবর নিমিত্তে তালৈ গলত, ইস্রায়েলে যোচেফক কলে, ১৩ তোমার ককায়েরাহঁতে চিখিমত পশুর জাক চরোৱা নাই জানো ? আহাঁ, ময় তোমাক সিহঁতর ওলৈ পঠাওঁ ; তাতে যোচেফে তেওঁক কলে, দেখোক, ময় আছোঁ। ১৪ তেতিয়া বাপেকে তেওঁক কলে, তুমি গৈ তোমার ককায়েরাহঁত আরু পশুর জাকবোরো কুশলে আছে নে নাই, তাক চাই মোক সম্বাদ দিবাহি। এই রূপে তেওঁ হিব্রোণ উপত্যকার পরা যোচেফক পঠালত, তেওঁ চিখিমলৈ গল। ১৫ পাছে কোনো এজন মানুহে তেওঁক লগ পালে ; আরু দেখা, যোচেফ পথারত ফুরি আছে ; তাতে মানুহটোৱে তেওঁক সুধিলে, তুমি কি বিচারিছা ? ১৬ তেতিয়া তেওঁ কলে, মোর ককাইহঁতক বিচারিছোঁ ; সিবিলাকে নো ক'ত পশুর জাক চরাইছে, বিনয় করোঁ, তাক মোক কোৱা। ১৭ মানুহটোৱে কলে, সিহঁত ইয়ার পরা গল ; কিয়নো, আমি দোথনলৈ যাওঁ, এই বুলি সিহঁতে কোৱা ময় শুনিছিলোঁ। তাতে যোচেফে আপোনার ককায়েকবিলাকক বিচারি গৈ দোথনত সিবিলাকক পালে। ১৮ কিন্তু তেওঁ সিবিলাকর ওচর নৌ পাওঁতেই, সিবিলাকে দূরৈতে তেওঁক দেখি বধ করিবলৈ আলচ করি, ১৯ ইটে সিটে কোৱাকুই করি কলে, দেখা, সৌৱা সপোন দেখাটো আহিছে ; ২০ আহাঁ, আমি তাক বধ করি, কোনো এটা গাঁতত পেলাই দিওঁ ; পাছে কোনো হিংসক জন্তুৱে তাক খালে বুলি কম ; তেতিয়া তার সপোনবোর কি হয়, দেখিমহঁক। ২১ কিন্তু রূবেণে সেই কথা শুনি সিবিলাকর হাতর পরা তেওঁক রাখি কলে, নহয়, আমি তাক বধ নকরোঁ। ২২ রূবেণে সিবিলাকর হাতর পরা তেওঁক রাখি, বাপেকর ওচরলৈ ওভোটাই পঠাবর মনেরে সিবিলাকক আরু কলে, তোমালোকে রক্তপাত নকরি তাক অরণ্যর এই গাঁতত পেলাই দিয়া ; কিন্তু তায় ওপরলৈ হাত নেদাঙিবাহঁক।

২৩ পাছে যোচেফ ককায়েকবিলাকর ওচর পালত, সিবিলাকে তেওঁর চোলা, অর্থাৎ তেওঁর গাত থকা সেই দীঘল আস্তিনর দীঘল চোলাটো সোলোকাই, তেওঁক ধরি সেই গাঁতত পেলাই দিলে ; ২৪ কিন্তু সেই গাঁতত পানী নাই, সি শুদা আছিল। ২৫ পাছে সিবিলাকে ভোজন করিবলৈ বহিছিল ; এনেতে সিবিলাকে চকু তুলি চাই দেখিলে, যে, গিলিয়দর পরা এজাক ইশ্মায়েলীয়া বণিক লোকে মচলা, ঘা সুস্থ করা এবিধ গছর এঠা, আরু গন্ধরস উটত ভরা দি লৈ, মিচর দেশলৈ নামি যাবলৈ আহিছে। ২৬ তেতিয়া যিহুদাই আপোনার ককায়েক-ভায়েকবিলাকক কলে, ভাইক মারি তার তেজ লুকুৱালে, আমার কি লাভ হব ? ২৭ আহাঁ, আমি তাক এই ইশ্মায়েলীয়াহঁতক বেচোঁহঁক ; তার ওপরলৈ আমার হাত দণ্ডা নহওক ; কিয়নো সি আমার ভাই আরু আমার মঙহো। পাছে সেই কথাতে তেওঁর ককায়েক-ভায়েকবিলাক মান্তি হল। ২৮ তেতিয়া সেই মিদিয়নীয়া বণিকবোর আহি ওচর পোৱাত, সিবিলাকে যোচেফক গাঁতর পরা টানি তুলিলে ; আরু বিশ ডোখর রূপলৈ ইশ্মায়েলীয়াহঁতক যোচেফক বেচিলে। তাতে সিহঁতে যোচেফক মিচর দেশলৈ লৈ গল। ২৯ পাছে রূবেণে গাঁতর ওচরলৈ গৈ যোচেফক গাঁতত নাইকিয়া দেখি, ৩০ আপোনার কাপর ছিরিলে, আরু ভায়েকবিলাকর ওচরলৈ উভটি গৈ কলে, লরাটো নাইকিয়া ; ময় নো এতিয়া কলৈ যাম ? ৩১ পাছে সিবিলাকে যোচেফর চোলাটো লৈ, এটা ছাগ মারি তার তেজত জুবুরিয়ালে। ৩২ পাছে সেই দীঘল আস্তিনর দীঘল চোলাটো পঠাই দিলে ; আরু আপোন বাপেকর ওচরলৈ নি কলে, আমি এইটো পালোঁ ; এয়ে তোমার পোৱাঁর চোলা হয় নে নহয়, তাক চোৱা। ৩৩ তাতে তেওঁ চিনি পাই কলে, এইটো মোর পুত্রর চোলা হয় ; কিবা হিংসক জন্তুৱে তাক খালে ; নিশ্চয়ে যোচেফক ডোখরডোখরকৈ ছিরি পেলোৱা হল। ৩৪ তেতিয়া যাকোবে আপোনার কাপর ছিরি কঁকালত চট পিন্ধি, অনেক দিনলৈকে পুত্রেকর কারণে শোক

করিলে। [৩৫] পাছে তেওঁর পুতেক জীয়েক আটাইবিলাকে উঠি, তেওঁক সান্ত্বনা করিবলৈ ধরিলে; কিন্তু তেওঁ প্ৰবোধ নেমানি কলে, ময় শোকতে চিয়োললৈ মোর পুত্ৰর ওচরলৈ যাম। এই রূপে তেওঁর বাপেকে তেওঁর নিমিত্তে ক্ৰন্দন করিলে। [৩৬] আরু সেই মিদিয়নীয়াবিলাকে হলে, মিচর দেশত ফরৌণ রজার বিষয়া রক্ষক-সেনাপতি পোটীফরর তাত যোচেফক বেচিলেগৈ।

### তামরর গর্ভত যিহুদার এহাল যঁজা সন্তান জন্মা।

৩৮ সেই কালত যিহুদাই আপোনার তায়েক-ককায়েকবিলাকর লগর পরা নামি গৈ, অদুল্লমীয়া হীরা নামেরে এজন মানুহর তাত সোমালগৈ। [২] সেই ঠাইতে যিহুদাই চূৱা নামেরে কোনো কনানীয়া মানুহর এজনী ছোৱালী দেখি, তাইক বিয়া করি তাইত গমন করিলে; [৩] তাতে তাই গর্ব্ভৱতী হৈ এটী পুত্ৰ প্ৰসব করিলে, আরু তেওঁ তার নাম এর রাখিলে। [৪] পাছে পুনরায় তাই গর্ব্ভৱতী হৈ এটী পুত্ৰ প্ৰসব করি তার নাম ওনন রাখিলে। [৫] পুনরায় তাই গর্ব্ভৱতী হৈ এটী পুত্ৰ প্ৰসব করি তার নাম চেলা রাখিলে; তাই তাক প্ৰসব করা সময়ত যিহুদা কজীবত আছিল। [৬] পাছে যিহুদাই তামর নামেরে এজনী ছোৱালী আনি, আপোন জ্যেষ্ঠ পুত্ৰ এরর লগত বিয়া দিলে। [৭] কিন্তু যিহুদার জ্যেষ্ঠ পুত্ৰ এর যিহোৱার দৃষ্টিত দুষ্ট হোৱাত, যিহোৱাই তাক বিনষ্ট করিলে। [৮] তাতে যিহুদাই ওননক কলে, তুমি আপোন ককায়েরার তিরুতাত গমন করা, আরু তাইলৈ তুমি দেওরেকে করিব লগীয়া কার্য্য সাধন করি, তোমার ককায়েরার বংশ উৎপন্ন করা। [৯] কিন্তু সেই বংশ আপোনার নহব বুলি জানি, সি বৌয়েকত গমন করা কালত, ককায়েকর বংশ উৎপন্ন নকরিবর মনেরে মাটিতে বীর্য্যপাত করিলে। [১০] তাতে তার সেই কার্য্যত যিহোৱাই অসন্তুষ্ট হৈ, তাকো বিনষ্ট করিলে। [১১] তেতিয়া যিহুদাই আপোনার পো-বোৱারী তামরক কলে, মোর পুত্ৰ চেলা ডাঙর নোহোৱালৈকে, তুমি আপোনার বাপেরার ঘরত বিধৱা হৈয়েই থাকাগৈ; কিয়নো তেওঁ ভাবিলে, যে, কিজানি ককায়েকহঁতর দরে ইও মরে। তাতে তামর গৈ আপোনার বাপেকর ঘরত থাকিল। [১২] পাছে কালক্ৰমে চূৱার জীয়েক যিহুদার তিরুতা মরিল। আরু যিহুদার শোকর দিন গলত, তেওঁ আপোনার বন্ধু অদুল্লমীয়া হীরাই সৈতে তিম্নালৈ আপোনার মেরর নোম কটাবোরর ওচরলৈ গল। [১৩] তেতিয়া তামরর আগত কোৱা হল, বোলে, দেখা, তোমার শহুরেরাই আপোনার মেরর নোম কটাবলৈ তিম্নালৈ যাবলৈ ধরিছে। [১৪] তাতে তামরে বিধৱা-বস্ত্ৰ সোলোকাই থৈ, ওরণিরে মুখ ঢাকি ছদ্মবেশ ধরি, তিম্নালৈ যোৱা বাটর ওচরত থকা ঐনয়িমর দুৱার-মুখত বহি থাকিলগৈ; কিয়নো তাই দেখিলে, যে, চেলা ডাঙর হলতো, তারে সৈতে তাইক বিয়া নিদিলে। [১৫] তেতিয়া যিহুদাই তাইক দেখি বেশ্যা বুলি জানিলে; কিয়নো তাই আপোন মুখ ঢাকি রাখিছিল। [১৬] তাতে, তেওঁ বাটর দাঁতিলৈ তাইর ওচরলৈ গৈ, তাইক আপোন পো-বোৱারীয়েক বুলি নেজানি তাইক কলে, আহাঁ, ময় তোমাত গমন করোঁ। তাতে তামরে কলে, তুমি মোত গমন করার বাবে মোক কি দিবা? [১৭] তেওঁ কলে, জাকর পরা এটা ছাগ পোৱালি পঠাই দিমগৈ। তাতে তাই কলে, তাক পঠাই নিদিয়ামানে মোর ইয়াত কিবা বন্ধক রাখিবা নে? [১৮] যিহুদাই কলে, কি বন্ধক রাখিম? তাই কলে, তোমার মোহরটোরে, তার জরীডালে, আরু তোমার হাতর লাখুটিডালে রাখা। তেতিয়া তেওঁ সেইবোর দি, তাইত গমন করিলে; তাতে তাই তেওঁর ঔরসত গর্ব্ভৱতী হল। [১৯] পাছে তাই উঠি গুচি গল, আরু ওরণি গুচাই আপোনার বিধৱা-বস্ত্ৰ পিন্ধিলে। [২০] তার পাছে যিহুদাই সেই তিরুতার হাতর পরা বন্ধক মোকোলাই নিবলৈ, আপোনার বন্ধু অদুল্লমীয়ার হাতত ছাগ পোৱালিটো পঠাই দিলে; কিন্তু সি আহি তাইক নেপালে। [২১] তাতে সি তাই থকা ঠাইর মানুহক সুধিলে, ঐনয়িমত বাটর ওচরত যি বেশ্যা আছিল, তাই ক'ত? সিবিলাকে কলে, ইয়াত কোনো বেশ্যা নাই। [২২] পাছে সি যিহুদার ওচরলৈ উভটি গৈ কলে, ময় তাইক নেপালোঁ; আরু সেই ঠাইর মানুহেও কলে, ইয়াত কোনো বেশ্যা নাই। [২৩] তেতিয়া যিহুদাই কলে, তাইর হাতত যি আছে,

তাকে তাই লওক ; পাছে জানো আমি লাজত পড়োঁ ; দেখা,ময় ছাগ পোৱালিটো পঠাই দিলোঁ, কিন্তু তুমি তাইক নেপালাগে। [24]পাছে তিনি মাহর মূরত কোনোৱে যিহুদাক কলে, তোমার পো-বোৱারী তামর ব্যভিচারিণী হল ; আরু দেখা ব্যভিচারতে তাইর গর্ভও হল। তেতিয়া যিহুদাই কলে, তাইক উলিয়াই আনি জুইত পুরি পেলোৱা। [25]পাছে তাইক বাহিরলৈ আনিলত, তাই শহুরেকলৈ কৈ পঠালে, বোলে, যারে এইবোর বস্তু, সেই পুরুষর ঔরসতেই মোর গর্ভ হল ; তাই আরু কলে, এই মোহর, মোহর জরা জরী, আরু লাখুটি কার, তাক চাই জানোক। [26]তেতিয়া যিহুদাই গাত লৈ কলে, তাই মোতকৈ ধার্ম্মিক ; কিয়নো ময় তাইক আপোন পুত্র চেলাক নিদিলোঁ। তেতিয়ারে পরা যিহুদাই তাইর পরিচয় আরু নললে। [27]পাছে তাইর প্রসবর কাল হলত, দেখা, তাইর গর্ভত এহাল যঁজা লরা। [28]তাই প্রসব করোঁতে, এটা লরাই হাত বাহির করিলে ; তেতিয়া ধাত্রীয়ে এডাল রঙা সূতা লৈ, তার সেই হাতত বান্ধি কলে, এইটো প্রথমে বাহির হৈছে। [29]কিন্তু সি আপোনার হাত সুমুৱাই নিলত, তার ভায়েক বাহির হল ; তাতে ধাত্রীয়ে কলে, তুমি কেলেই আপোনার নিমিত্তে ভেদ করি আহিলা ? এই হেতুকে তার নাম পেরচ [ভেদ] রখা হল। [30]পাছে হাতত রঙা সূতা বন্ধা তার ভায়েক বাহির হলত, তার নাম জেরহ রাখিলে।

যোচেফ পোটীফরর ঘরত আরু বন্দীশালত থকা।

**৩৯** যোচেফক মিচরলৈ নিয়া হলত, যি ইস্রায়েলীয়াইতে তেওঁক লৈ গৈছিল, সিহঁতর হাতর পরা এজন মিচরীয়াই, ফরৌণ রজার বিষয়া রক্ষক-সেনাপতি প্যোটীফরে তেওঁক কিনি ললে। [2]কিন্তু যিহোৱা যোচেফর সঙ্গী হোৱাত, তেওঁ ভাগ্যবান লোক হল, আরু আপোন মিচরীয়া প্রভুর ঘরত থাকিল। [3]তাতে, যিহোৱা যে তেওঁর সঙ্গী হৈছে, আরু তেওঁ করা সকলো কর্ম্ম যিহোৱাই তেওঁর হাততেই সাফল করিছে, ইয়াকে তেওঁর প্রভুৱে দেখিলে। [4]এতেকে যোচেফে তেওঁর দৃষ্টিত অনুগ্রহ পাই, তেওঁর পরিচারক হল ; তাতে তেওঁর প্রভুৱে তেওঁক আপোন ঘরর অধ্যক্ষ পাতি, তেওঁর যি যি আছিল, সকলোকে তেওঁর হাতত সোধাই দিলে। [5]যেতিয়ারে পরা তেওঁ যোচেফক আপোন ঘর আরু সর্ব্বস্বর ওপরত অধ্যক্ষ পাতিলে, তেতিয়ারে পরা যিহোৱাই যোচেফলৈ চাই সেই মিচরীয়ার ঘরর ওপরত আশীর্ব্বাদ দিলে ; তাতে তেওঁর ঘরত আরু পথারতো যি যি আছিল, সেই আটাইরে ওপরত যিহোৱার আশীর্ব্বাদ থাকিল। [6]এতেকে তেওঁ যোচেফর হাতত আপোনার সর্ব্বস্ব এরি দি, আপুনি খোৱা আহারর বাহিরে আরু একোরো বিচার নললে। যোচেফ সুন্দর আরু দেখনীয়ার আছিল। [7]এইবোর ঘটনার পাছত, তেওঁর প্রভুর তিরুতাই যোচেফক চকু দি তেওঁক কলে, তুমি মোর লগত শয়ন করাহি। [8]কিন্তু তেওঁ সেই কথাত অমান্তি হৈ, আপোন প্রভুর তিরুতাক কলে, দেখা, এই ঘরত মোর হাতত যি যি আছে, মোর প্রভুৱে তার একোরো বিচার নলয় ; তেওঁ মোর হাতত সর্ব্বস্ব সোধাই দিলে ; [9]এই ঘরত মোতকৈ বড় কোনো নাই ; তেওঁ নিদিয়াকৈ মোর পরা একোকে রখা নাই ; কেবল আপোনাকৃহে মোক দিয়া নাই ; কারণ আপুনি তেওঁর ভার্য্যা ; এতেকে ময় কেনেকৈ এনে মহাদুষ্কর্ম্ম, আরু ঈশ্বরর বিরুদ্ধে পাপ করিব পারোঁ ? [10]তাই দিনে দিনে যোচেফক এই কথা কৈ কৈ থকাতো, তাইরে সৈতে শয়ন করিবলৈ, বা তাইর ওচরতে থাকিবলৈ, তাইর কথাত তেওঁ মান্তি নহল। [11]পাছে কোনো এদিনা আপোন কার্য্য করিবলৈ, তেওঁ ঘরর ভিতরলৈ গলত, তেতিয়া ঘরর কোনো মানুহ নথকা দেখি, [12]তাই তেওঁর কাপরত ধরি, মোরে সৈতে শোৱাহি বুলি কলে ; কিন্তু যোচেফে তাইর হাতত আপোনার কাপর এরি বাহিরলৈ পলাই গল। [13]তেতিয়া তাই, আপোনার হাতত যোচেফে আপোন কাপর এরি বাহিরলৈ পলাই যাবর দেখি, [14]আপোনার ঘরর মানুহবোরক মাতি সিহঁতক কলে, চোৱাছোন, আমারে সৈতে ইঁহামতা করিবলৈহে তেওঁ এটা ইব্রীয়া মানুহ আমার ইয়ালৈ আনিছে ; সি মোর লগত শুবর নিমিত্তে মোর ওচরলৈ আহিছিল ; তাতে ময় বড়কৈ চিঁয়র মারিলোঁ ; [15]পাছে ময় বড়কৈ চিঁয়রা শুনি, সি তার কাপর মোর ওচরত এরি

বাহিরলৈ পলাই গল; [১৬] এই বুলি তেওঁর প্রভু ঘরলৈ নাহিলমানে, তাই তেওঁর কাপর আপোনার ওচরতে রাখিলে। [১৭] পাছে তাই সেই একে রূপেই তেওঁক কলে, তুমি যি ইব্রীয়া বন্দীক আমার ইয়ালৈ আনি রাখিছা, সি মোরে সৈতে ইঁহামস্তা করিবলৈ মোর ওচরলৈ আহিছিল; [১৮] পাছে ময় যেতিয়া বড়কৈ চিঁয়রিলোঁ, তেতিয়া সি মোর ওচরত আপোনার কাপর এরি বাহিরলৈ পলাই গল। [১৯] তেতিয়া, তোমার বন্দীয়ে মোলৈ এই এই ব্যবহার করিছে বুলি তেওঁর তিরুতাই তেওঁক কোবা কথাবোর শুনিলত, যোচেফর প্রভু ক্রোধেরে প্রজ্বলিত হল। [২০] তাতে যোচেফর প্রভুৱে তেওঁক ধরি নি, যি বন্দীশালত রজার বন্দীয়ারবোর রাখে, সেই বন্দীশালত তেওঁক বন্ধ করি থলে; এই রূপে তেওঁ বন্দীশালতে থাকিল। [২১] কিন্তু যিহোবাই যোচেফর সঙ্গী হৈ, তেওঁলৈ দয়া করি তেওঁক বন্দীশালর অধ্যক্ষর অনুগ্রহপ্রাপ্ত করিলে। [২২] তাতে সেই বন্দীশালর অধ্যক্ষই বন্দীশালত থকা আটাইবোর বন্দীয়ারক যোচেফর হাতত সোধাই দিলে; তেতিয়া সিহঁতর সকলো কার্য্য যোচেফর আজ্ঞা অনুসারে চলিবলৈ ধরিলে। [২৩] বন্দীশালর অধ্যক্ষই তেওঁর হাতত থকা কোনো বিষয়র বিচার নললে; কিয়নো যিহোবা তেওঁর সঙ্গী আছিল, আরু তেওঁ করা সকলো কর্ম্মকে যিহোবাই সাফল করিলে।

যোচেফে সপোনর ফলিতা দিয়া।

**৪০** এইবোর ঘটনার পাছত, মিচরর রজার পান-পাত্র ধরোঁতাই আরু তেওঁর চাংমায়ে আপোনাবিলাকর প্রভু মিচরর রজার অহিতে অপরাধ করিলত, [২] ফরৌণে, প্রধান পান-পাত্র ধরোঁতা আরু বড় চাংমাই, আপোনার এই দুজন বিষয়ালৈ ক্রুদ্ধ হৈ, [৩] রক্ষক-সেনাপতির ঘরত থকা বন্দীশালত, যি ঠাইত যোচেফক বন্ধ করি থৈছিল, সেই ঠাইতে তেওঁবিলাককো বন্ধ করি থলে। [৪] তাতে, রক্ষক-সেনাপতিয়ে তেওঁবিলাকক যোচেফর হাতত সোধাই দিলত, যোচেফ তেওঁবিলাকর পরিচারক হল; এই রূপে তেওঁবিলাক কিছু দিনলৈ বন্দীশালতে আছিল। [৫] পাছে বন্দীশালত বন্ধ হৈ থকা মিচরর রজার সেই পান-পাত্র ধরোঁতা আরু চাংমাই দুয়ো সপোন দেখিলে; একে রাতিতে প্রতিজনে বিশেষ বিশেষ অর্থ থকা এটা এটা সপোন দেখিলে। [৬] আরু যোচেফে রাতিপুৱাতে তেওঁবিলাকর ওচরলৈ গৈ, তেওঁবিলাকক মন মারি থকা দেখিলে। [৭] তেতিয়া যোচেফে আপোন প্রভুর ঘরর বন্দীশালত আপোনারে সৈতে বন্ধ হৈ থকা, ফরৌণর সেই দুজন বিষয়াক সুধিলে, আপোনালোকর মুখ আজি মলিন কিয়? [৮] তাতে তেওঁবিলাকে কলে, আমি সপোন দেখিলোঁ; কিন্তু তার ফলিতা দিওঁতা কোনো নাই। তেতিয়া যোচেফে তেওঁবিলাকক কলে, সপোনর ফলিতা জানো ঈশ্বরর পরা নহয়? বিনয় করোঁ, তাক মোক কওকছোন। [৯] তেতিয়া প্রধান পান-পাত্র ধরোঁতাই যোচেফক আপোনার সপোনর কথা কলে, বোলে, দেখা, মোর সপোনত এজোপা দ্রাক্ষালতা মোর আগত আছিল; [১০] সেই লতার তিনিটা ডাল; পাছে সি কুঁহি মেলি ফুল ধরা যেন দেখিলোঁ, আরু থোপাই থোপাই তার গুটি লাগি পকিল; [১১] তেতিয়া মোর হাতত ফরৌণর পান-পাত্র থকাত, ময় সেই দ্রাক্ষাগুটি নি পাত্রত চেপি, ফরৌণর হাতত সেই পান-পাত্র দিলোঁগৈ। [১২] তাতে যোচেফে তেওঁক কলে, ইয়ার ফলিতা এই, সেই তিনিটা ডালেই তিন দিন বুজায়; [১৩] তিন দিনর ভিতরত, ফরৌণে আপোনার মূর দাঙি, পুনরায় আপোনাক আগর বাবতে নিযুক্ত করিব; তাতে, আপুনি আগেয়ে পান-পাত্র ধরোঁতা হৈ যি রূপে পান-পাত্র দিছিলে, সেই রূপে আকৌ ফরৌণর হাতত পান-পাত্র দিব। [১৪] কিন্তু যেতিয়া আপোনার মঙ্গল হব, তেতিয়া মোক সুঁৱরিব; আরু বিনয় করোঁ, অনুগ্রহ করি ফরৌণর আগত মোর কথা জনাই, মোক এই ঘরর পরা উলিয়াই নিয়াব; [১৫] কিয়নো স্বরূপেই ইব্রীয়াবিলাকর দেশর পরা মোক চুর করি অনা হল; আরু ইয়াতো ময় একো নকরাকৈয়ে সিবিলাকে মোক এই বন্দীশালত পেলাই থৈছে। [১৬] পাছে বড় চাংমায়ে সপোনর ফলিতা ভাল দেখি, তেৱেঁা যোচেফক কলে, ময়ো সপোন দেখিলোঁ, দেখা, মোর মূরর ওপরত বগা পিঠার তিনিটা খরাহি আছিল;

[১৭] তারে ওপররটো খরাহিত ফরৌণর নিমিত্তে চাংমায়ে যুগুত করা অনেক বিধর আহার আছিল; তাতে চরাইবোরে মোর মূরর ওপরর খরাহির পরা সেইবোর খালে। [১৮] তেতিয়া যোচেফে উত্তর দি কলে, তার ফলিতা এই, সেই তিনটা খরাহিয়েই তিন দিন বুজায়; [১৯] তিন দিনর ভিতরত, ফরৌণে আপোনার পরা আপোনার মূর দাঙি, আপোনাক কাঠ এডালত আরিব; তাতে চরাইবোরে আপোনার গার পরা আপোনার মঙহ খাবহি। [২০] পাছে তৃতীয় দিনা ফরৌণর জন্মদিন হোৱাত, তেওঁ আপোনার পাত্রমন্ত্রী আদি সকলো বিষয়াবিলাকর নিমিত্তে ভোজ যুগুত করিলে: তাতে তেওঁ আপোনার বিষয়াবিলাকর মাজর প্রধান পান-পাত্র ধরোঁতার আরু বড় চাংমাইরো মূর দাঙিলে। [২১] যোচেফে তেওঁবিলাকক ফলিতা দিয়ার দরেই, তেওঁর প্রধান পান-পাত্র ধরোঁতাক পুনরায় আপোন পান-পাত্র ধরা বাবতে নিযুক্ত করিলে; তাতে তেওঁ ফরৌণর হাতত পান-পাত্র দিলে; [২২] কিন্তু বড় চাংমাইক হলে, তেওঁ আরি থলে। [২৩] তথাপি প্রধান পান-পাত্র ধরোঁতাই যোচেফক সোঁৱরণ নকরিলে, কিন্তু তেওঁ পাহরি গল।

যোচেফর উন্নতি।

**৪১** পাছে পূরা দুবছরর মূরত, ফরৌণে এই সপোন দেখিলে; তেওঁ নদীর কিনারত থিয় হৈ আছিল; [২] এনে সময়ত নদীর পরা, দেখিবলৈ সুন্দর আরু হৃষ্টপুষ্ট গারে সাত জনী গরু ওলাই নলনিত চরিবলৈ ধরিলে। [৩] পাছে দেখা, দেখিবলৈ কুচ্ছিত আরু ক্ষীণোৱা আন সাত জনী গরুও সেই কেইজনীর পাছতে নদীর পরা ওলাই, নদীর কিনারত সিকেইজনী গরুর ওচরতে থিয় হলগৈ। [৪] আরু সেই ক্ষীণোৱা আরু দেখিবলৈ কুচ্ছিত গরু কেইজনীয়ে দেখিবলৈ সুন্দর আরু হৃষ্টপুষ্ট সেই গরু সাত জনী গিলি পেলালে। এনেতে ফরৌণে সার পালে। [৫] তার পাছে তেওঁ টোপনি গৈ দ্বিতীয়-বার সপোন দেখিলে; ঘেঁহুর একে ডাল ঠারিতে গুটিরে ভরা উত্তম সাতোটা থোক ওলাল। [৬] তেতিয়া দেখা, সেইবোরর পাছতে, পতমুৱা আরু পুবর বতাহত শুকুৱা এনে সাতোটা থোক ওলাল। [৭] আরু এই লেরেলা থোকে গুটিরে ভরা সেই সাতোটা পূর থোক গিলিলে। তেতিয়া ফরৌণে সার পাই দেখিলে, যে, সেয়ে সপোনহে। [৮] পাছে রাতি পুৱালত, তেওঁর মন অস্থির হৈ, মিচর দেশর সকলো শাস্ত্রজ্ঞ আরু বিদ্বান লোকক তেওঁ মতাই নিলে; আরু ফরৌণে তেওঁবিলাকর আগত আপোনার সপোনর কথা কলে; কিন্তু কোনেও ফরৌণক তার ফলিতা দিব নোৱারিলে। [৯] তেতিয়া প্রধান পান-পাত্র ধরোঁতাই ফরৌণক কলে, আজি মোর অগর মনত পড়িছে; [১০] ফরৌণে আপোনার দুজন দাস মোলৈ আরু বড় চাংমাইলৈ ক্রুদ্ধ হৈ, আমাক রক্ষক-সেনাপতির ঘরর বন্দীশালত থৈছিল। [১১] তাতে তেওঁ আরুময় দুয়ো একে রাতিতে সপোন দেখিলোঁ; আমি প্রতিজনে বিশেষ বিশেষ অর্থ থকা এটা এটা সপোন দেখিলোঁ। [১২] তেতিয়া সেই ঠাইত রক্ষক-সেনাপতির বন্দী এটা ইব্রীয়া ডেকা মানুহ আমার লগত আছিল; আমি তার আগত আমার সপোনর কথা কলত, সি আমাক তার ফলিতা দিলে; প্রতিজনর সপোন চাই সি তার ফলিতা দিলে। [১৩] আরু সি আমালৈ যি রূপে ফলিতা দিছিল, সেই রূপেই ঘটিলো; মোক মহারাজে পুনরায় আগর বাবতে নিযুক্ত করিলে, আরু তেওঁক হলে আরি থলে। [১৪] তেতিয়া ফরৌণে যোচেফক নিবলৈ মানুহ পঠালত, বন্দীশালর পরা তেওঁক বেগাই উলিয়াই দিয়া হল; পাছে তেওঁ মূর ক্ষুরাই আরু কাপর সলাই ফরৌণর আগলৈ গল। [১৫] তাতে ফরৌণে যোচেফক কলে, ময় এটা সপোন দেখিলোঁ, তার ফলিতা দিব পরা কোনো নাই; কিন্তু তুমি শুনামাত্রে সপোনর ফলিতা দিব পারা বুলি ময় তোমার বিষয়ে শুনিছোঁ। [১৬] তেতিয়া যোচেফে ফরৌণক উত্তর দি কলে, সেয়ে মোর অসাধ্য; ঈশ্বরেহে ফরৌণক সুমঙ্গলর উত্তর দিব। [১৭] তাতে ফরৌণে যোচেফক কলে, দেখা, মোর সপোনত ময় নদীর কিনারত থিয় হৈ আছিলোঁ; [১৮] এনে সময়ত, দেখা, নদীর পরা হৃষ্টপুষ্ট গারে আরু দেখিবলৈ সুন্দর সাত জনী গরু ওলাই নলনিত চরিবলৈ ধরিলে। [১৯] পাছে দেখা, ক্ষীণোৱা, দেখিবলৈ কুচ্ছিত, আরু চেরেলা গারে

আন সাত জনী গৰুও সেই কেইজনীৰ পাছতে ওলাই আহিল; তেনেকুৱা কুচ্ছিত গৰু ময় গোটেই মিচৰ দেশত কেতিয়াও দেখা নাই। ২০ আৰু সেই চেৰেলা গাৰে দেখিবলৈ কুচ্ছিত গৰু কেইজনীয়ে প্ৰথমে ওলোৱা হৃষ্টপুষ্ট গৰু সাত জনী গিলি পেলালে। ২১ আৰু সিহঁতৰ পেটত সেইবোৰ সোমালতো, সোমোৱা যেন মনে নধৰিলে; কিন্তু সিহঁত আগৰ দৰে দেখিবলৈ কুচ্ছিত হৈয়েই থাকিল। তেতিয়া ময় সাৰ পালোঁ। ২২ পাছে ময় পুনৰায় সপোনত দেখিলোঁ, দেখা, একে ডাল ঠাৰিতে গুটিৰে ভৰা আৰু উত্তম সাতোটা থোক ওলাল। ২৩ তেতিয়া দেখা, সেইবোৰৰ পাছতে, ককৰ্ত্তনীয়া, পতনুৱা, আৰু পুবৰ বতাহত শুকুৱা এনে সাতোটা থোকো ওলাল। ২৪ সেই পতনুৱা থোকবোৰে সেই সাতোটা উত্তম থোক গিলি পেলালে। পাছে শাস্ত্ৰজ্ঞসকলক ময় তাক কলোঁ; কিন্তু কোনেও মোক তাৰ ফলিতা দিব নোৱাৰিলে। ২৫ তেতিয়া যোচেফে ফৰৌণক কলে, ফৰৌণৰ সপোন অৰ্থত একেটাহে; ঈশ্বৰে যি কৰিব খুজিছে, তাকে তেওঁ ফৰৌণক জনাইছে। ২৬ সেই সাত জনী উত্তম গৰুৱেই সাত বছৰ বুজায়; আৰু সেই সাতোটা উত্তম থোকেও সাত বছৰ বুজায়; সপোন অৰ্থত একেটাহে। ২৭ আৰু সেই কেইজনীৰ পাছত ওলোৱা সাত জনী চেৰেলা গাৰে দেখিবলৈ কুচ্ছিত গৰুও সাত বছৰ, আৰু পুবৰ বতাহত শুকুৱা গুটি নথকা সাতোটা থোকো সাত বছৰ বুজায়; সেইবোৰ আকালৰ সাত বছৰ হব। ২৮ ময় ফৰৌণৰ আগত ইয়াকে কলোঁ, যে, ঈশ্বৰে যি কৰিব খুজিছে, তাকেহে তেওঁ ফৰৌণক দেখুৱাইছে। ২৯ দেখা, গোটেই-খন মিচৰ দেশত বহু শস্য উৎপন্ন হোৱা এনে সাত বছৰ উপস্থিত হব। ৩০ সেইবোৰৰ পাছত আকালৰ সাত বছৰ হব; তাতে মিচৰ দেশৰ বহু শস্যৰ সকলো কথা পাহৰা যাব; আৰু সেই আকালে দেশখনকে নষ্ট কৰিব। ৩১ আৰু পাছে হোৱা সেই আকালৰ কাৰণে, দেশত আগৰ বহু শস্যৰ অনুভৱ নহব; কিয়নো সেয়ে অতিশয় টান হব। ৩২ ফৰৌণৰ আগত দুবাৰ সপোন দেখুৱাৰ ভাব এই, ঈশ্বৰৰ পৰা এই কথা নিশ্চয় কৰা হৈছে, আৰু ঈশ্বৰে তাক শীঘ্ৰে ঘটাবও। ৩৩ এই হেতুকে এতিয়া ফৰৌণে এজন বুদ্ধিমান জ্ঞানী মানুহ বিচাৰি, তেওঁক মিচৰ দেশৰ ওপৰত নিযুক্ত কৰোক। ৩৪ ফৰৌণে এই কৰ্ম্ম কৰোক; তেওঁ দেশৰ ওপৰত বিষয়া-বিলাক পাতি, বহু শস্য উৎপন্ন হোৱা সাত বছৰত, মিচৰ দেশৰ পৰা শস্যৰ পাঁচ ভাগৰ এভাগ তুলি লওক। ৩৫ সিবিলাকে সেই আগামী উত্তম কেইবছৰৰ সকলো শস্য গোটাই, আহাৰৰ নিমিত্তে ফৰৌণৰ অধীনে নগৰে নগৰে তাক সাঁচি ৰাখোক। ৩৬ এই ৰূপে, মিচৰ দেশত আগলৈ হব লগা আকালৰ সাত বছৰৰ নিমিত্তে, সেই আহাৰ দেশত সঞ্চিত হৈ থাকিব; তাতে আকালত দেশখন বিনষ্ট নহব। ৩৭ তেতিয়া ফৰৌণে আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকেও সেই কথাকে উত্তম দেখিলে। ৩৮ তাতে ফৰৌণে তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকক কলে, এই যি মানুহত ঈশ্বৰৰ আত্মা আছে, এওঁৰ নিচিনা আমি আন কাক পাম? ৩৯ তেতিয়া ফৰৌণে যোচেফক কলে, ঈশ্বৰে তোমাক এই সকলো কথা জনাইছে; এই হেতুকে তোমাৰ নিচিনা বুদ্ধিমান জ্ঞানী মানুহ কোনো নাই। ৪০ তুমিয়েই মোৰ ঘৰৰ অধ্যক্ষ হব লাগে; মোৰ সকলো প্ৰজা তোমাৰ কথাৰ দৰেই চলিব; কেৱল সিংহা-সনতহে ময় তোমাতকৈ বড় হম। ৪১ ফৰৌণে যোচেফক আৰু কলে, দেখা, সমুদায় মিচৰ দেশৰ ওপৰত ময় তোমাক নিযুক্ত কৰিলোঁ। ৪২ পাছে ফৰৌণে আপোনাৰ হাতৰ পৰা মোহৰ মৰা আঙঠি সোলোকাই যোচেফৰ হাতত দিলে, আৰু তেওঁক মিহি শণ সূতাৰ কাপৰ পিন্ধাই, তেওঁৰ ডিঙিত সোণৰ হাৰো দিলে; ৪৩ আৰু তেওঁক আপোনাৰ দ্বিতীয় ৰথত তোলালে; তাতে লোকবিলাকে তেওঁৰ আগে আগে, আঁঠু ল, আঁঠু ল, এই বুলি ঘোষণা কৰিলে। এই ৰূপে ফৰৌণে তেওঁক মিচৰ দেশ গোটেই-খনৰ ওপৰত নিযুক্ত কৰিলে। ৪৪ পাছে ফৰৌণে যোচেফক কলে, ময় ফৰৌণ; তোমাৰ বিনা-অনুমতিৰে সমুদায় মিচৰ দেশত কোনেও হাত বা ভৰিকে দাঙিব নোৱাৰিব। ৪৫ আৰু ফৰৌণে যোচেফৰ নাম চাফনৎপানেহ ৰাখিলে; আৰু ওন নগৰৰ পুৰোহিত পোটী-ফেৰাৰ জীয়েক আচনতক তেওঁৰ লগত বিয়া দিলে। পাছে

যোচেফ ওলাই গৈ, গোটেই মিচৰ দেশত ফুৰিব ধৰিলে। ৪৬ যোচেফ মিচৰৰ ৰজা ফৰৌণৰ আগত উপস্থিত হোৱা সময়ত, তেওঁৰ বয়স ত্রিশ বছৰ আছিল। এই ৰূপে, যোচেফ ফৰৌণ ৰজাৰ আগৰ পৰা ওলাই গৈ, মিচৰ দেশৰ সকলো ঠাইতে ফুৰিলে। ৪৭ আৰু বহু শস্য হোৱা সেই সাত বছৰত ভূমিয়ে মুঠিয়ে মুঠিয়ে শস্য উৎপন্ন কৰিলে। ৪৮ মিচৰ দেশত সেই সাত বছৰত উৎপন্ন হোৱা সকলো শস্য গোটাই, তেওঁ নগৰে নগৰে সাঁচি থলে; প্রত্যেক নগৰৰ চাৰিওকালৰ পথাৰত যি শস্য উৎপন্ন হল, তাক তেওঁ সেই নগৰতে সাঁচি থলে। ৪৯ এই ৰূপে যোচেফে সাগৰৰ বালিৰ দৰে ইমান বহু শস্য গোটালে, যে, তাক পাছত লেখিবলৈকে এৰিলে; কিয়নো সেয়ে অসংখ্য হৈছিল। ৫০ আৰু আকালৰ বছৰ অহাৰ আগেয়ে, ওন নগৰৰ পুৰোহিত পোটী-ফেৰাৰ জীয়েক আচনতৰ গৰ্ভত যোচেফৰ দুটী পুত্র জন্মিল। ৫১ তাতে যোচেফে জ্যেষ্ঠ পুত্রৰ নাম মনচি [পাহৰণ] থলে; কিয়নো তেওঁ কলে, ঈশ্বৰে মোৰ সকলো দুঃখ আৰু আপোন পিতৃৰ ঘৰকো পাহৰাইছে। ৫২ দ্বিতীয় পুত্রৰ নাম তেওঁ ইফ্রয়িম [ফলৱান] ৰাখিলে; কাৰণ তেওঁ কলে, ময় দুঃখ ভোগ কৰা এই দেশত ঈশ্বৰে মোক ফলৱান কৰিলে। ৫৩ পাছে মিচৰ দেশত বহু শস্য উৎপন্ন হোৱা সাত বছৰ শেষ হল। ৫৪ তাতে, যোচেফে কোৱাৰ দৰেই, আকালৰ সাত বছৰ আৰম্ভ হল; তেতিয়া সকলো দেশতে আকাল হল; কিন্তু গোটেই মিচৰ দেশত হলে আহাৰ আছিল। ৫৫ পাছে, যেতিয়া মিচৰ দেশ গোটেই-খনতে আকাল হবলৈ ধৰিলে, তেতিয়া প্ৰজা-বিলাকে আহাৰৰ অৰ্থে ফৰৌণৰ আগত এৰাও কৰিলে; তাতে ফৰৌণে সকলো মিচৰীয়া-বিলাকক কলে, তোমালোকে যোচেফৰ ওচৰলৈ যোৱা; তেওঁ যিহকে কয়, তাকে কৰিবাহঁক। ৫৬ তেতিয়া, গোটেই দেশত আকাল হলত, যোচেফে সকলো ঠাইৰ ভঁৰালবোৰ মেলি, মিচৰীয়াবিলাকক শস্য বেচিবলৈ ধৰিলে; আৰু মিচৰ দেশত আকাল বড় টান হল। ৫৭ পাছে সকলো দেশৰ মানুহবিলাকে শস্য কিনিবৰ নিমিত্তে, মিচৰ দেশলৈ যোচেফৰ ওচৰলৈ আহিল; কিয়নো গোটেই পৃথিবীত আকাল বড় টান হৈছিল।

### মিচৰলৈ যাকোবৰ পুত্রবিলাকৰ প্ৰথম যাত্ৰা।

৪২ পাছে যাকোবে মিচৰত শস্য আছে বুলি ভু পাই, আপোনাৰ পুত্রবিলাকক কলে, তোমালোকে ইজনে সিজনৰ মুখলৈ চোৱাচুই কৰি কিয় আছাহঁক? ২ তেওঁ আৰু কলে, দেখা, মিচৰত শস্য আছে বুলি ময় শুনিছোঁ; তোমালোকে তালৈ নামি গৈ, তাৰ পৰা আমালৈ শস্য কিনি আনাগৈ; তেহে আমি নমৰি জীয়াই থাকিম। ৩ পাছে যোচেফৰ ককায়েক দহ জনে মিচৰৰ পৰা শস্য কিনি আনিবলৈ নামি গল। ৪ কিন্তু যোচেফৰ ভায়েক বিন্যা-মীনক হলে, যাকোবে ককায়েকবিলাকৰ লগত নপঠালে; কিয়নো তেওঁ কলে, কিজানি ইয়াৰ কিবা আপদ ঘটে। ৫ এই ৰূপে, শস্য কিনিবলৈ যোৱা মানুহবিলাকৰ লগত ইস্রায়েলৰ পুত্রবিলাকো গল; কিয়নো কনান দেশতো আকাল হৈছিল। ৬ সেই সময়ত যোচেফ দেশৰ অধ্যক্ষ হোৱাত, তেৱেঁই দেশৰ সকলো লোক-বিলাকক শস্য বেচিছিল; তাতে যোচেফৰ ককায়েকবিলাকো গৈ, তেওঁৰ আগত মাটিত মুখ লগাই প্ৰণিপাত কৰিলে। ৭ তেতিয়া যোচেফে আপোনাৰ ককায়েকবিলাকক দেখি, সিবিলাকক চিনি পালে; কিন্তু তেওঁ অচিনাকীৰ দৰে ব্যৱহাৰ কৰি; কটুবাক্যেৰে সিবিলাকক কথা কলে; আৰু তেওঁ সিবিলাকক সুধিলে, তহঁত ক'ৰ পৰা আহিছ? সিবিলাকে কলে, কনান দেশৰ পৰা শস্য কিনিবলৈ আহিছোঁ। ৮ এই ৰূপে, যোচেফে ককায়েকবিলাকক চিনি পালতো, সিবিলাকে তেওঁক চিনি নেপালে। ৯ তেতিয়া, যোচেফে সিবিলাকৰ অৰ্থে যি কেইটা সপোন দেখিছিল, তেওঁ তাক সুঁৱৰি সিবিলাকক কলে, তহঁত চোৰাংচোৱা; দেশৰ উলঙ্গতা চাবলৈহে তহঁত আহিছহঁক। ১০ সিবিলাকে তেওঁক কলে, হে প্ৰভো, তেনে নহয়; আপোনাৰ এই বন্দী-বোৰ শস্য কিনিবলৈহে আহিছোঁ। ১১ আমি সকলো একে জন মানুহৰ পুতেক; আমি স্বৰূপ মানুহ। আপোনাৰ বন্দীহঁত চোৰাংচোৱা নহয়। ১২ তেতিয়া তেওঁ সিবিলাকক কলে, নহয়

নহয়, তহঁতে দেশৰ উলঙ্গতা চাবলৈহে আহিছহঁক। ১৩ সিবিলাকে কলে, আপোনাৰ এই বন্দীহঁত আমি বাৰ ভাই; কনান দেশত থকা একে জন মানুহৰে পুতেক; দেখোক, আমাৰ সৰুটো বোপাইৰ লগত এতিয়াও আছে, আৰু এটা হলে নাই। ১৪ তেতিয়া যোচেফে সিবিলাকক আকৌ কলে, ময় তহঁতক চোৰাংচোৱা বুলি যে কৈছোঁ, তহঁত সেয়েই হব; ১৫ ইয়াৰেই তহঁতৰ পৰীক্ষা কৰা হব, ফৰৌণৰ প্ৰাণৰ শপথ, তহঁতৰ সৰু ভায়েৰ ইয়ালৈ নাহিলে, তহঁত এই ঠাইৰ পৰা ওলাই যাব নোৱাৰিবি। ১৬ তহঁতৰ এটাক পঠাই ভায়েৰক আন, আৰু তহঁত হলে বন্ধ হৈ থাক; তেতিয়া তহঁতৰ কথা সঁচা হয় নে নহয়, তাৰ প্ৰমাণ ওলাব; নহলে, ফৰৌণৰ প্ৰাণৰ শপথ, তহঁত অৱশ্যে চোৰাংচোৱা হব। ১৭ তেতিয়া তেওঁ সিবিলাকক একেলগে তিনি দিন বন্দীশালত বন্ধ কৰি থলে। ১৮ পাছে তৃতীয় দিনা যোচেফে সিবিলাকক কলে, তহঁতে এটা কাম কৰহঁক; তেহে জীয়াই থাকিবি; ময় ঈশ্বৰলৈ ভয় কৰোঁ। ১৯ তহঁত যদি স্বৰূপ মানুহ হব, তেন্তে তহঁতৰ এটা ভায়েৰ এই বন্দীশালতে বন্ধ হৈ থাকোক; আন কেইটাই হলে আকালৰ নিমিত্তে আপোনাৰ ঘৰলৈ শস্য লৈ যাওক। ২০ আৰু তহঁতৰ সৰু ভায়েৰক মোৰ ওচৰলৈ আনিবি; তেহে তহঁতৰ কথা স্বৰূপ বুলি সপ্ৰমাণ হব, আৰু তহঁত নমৰিবি। তাতে সিবিলাকে সেই দৰে কৰিলে। ২১ আৰু সিবিলাকে ইজনে সিজনে কোৱাকুই কৰি কলে, বাস্তৱিক আমি আপোন ভাইৰ বিষয়ে অপৰাধী হৈছোঁ; সি আমাৰ আগত কাবৌকোকালি কৰিলত, আমি তাৰ মনৰ ব্যাকুলতা দেখিও, তাক নুশুনিলোঁ; এই নিমিত্তে আমালৈ এই সঙ্কট উপস্থিত হল। ২২ তেতিয়া ৰূবেণে উত্তৰ কৰি সিবিলাকক কলে, তহঁতে লৰাৰ অহিতে পাপ নকৰিবি বুলি ময় তহঁতক নকৈছিলোঁ? তথাপি তহঁতে নুশুনিলি; এই হেতুকে, দেখ, এতিয়া তাৰ ৰক্তপাতৰ প্ৰতিকাৰ সধা হৈছে। ২৩ কিন্তু যোচেফে যে সিবিলাকৰ কথা বুজিলে, তাক সিবিলাকে নেজানিলে; কিয়নো তেওঁ দোৱনীয়াৰ দ্বাৰায়হে সিবিলাকে সৈতে কথাবাৰ্ত্তা হৈছিল। ২৪ তেতিয়া যোচেফে সিবিলাকৰ ওচৰৰ পৰা গৈ ক্ৰন্দন কৰিলে; পাছে তেওঁ পুনৰায় সিবিলাকৰ ওচৰলৈ উলটি আহি, সিবিলাকে সৈতে কথোপকথন কৰি, সিবিলাকৰ মাজৰ পৰা চিমিয়োনক ধৰি নি, সিবিলাকৰ চকুৰ আগতে তাক বান্ধিলে। ২৫ পাছে যোচেফে, সিবিলাকৰ মুটৰিত শস্য ভৰাই সিবিলাকৰ প্ৰতিজনৰ মুটৰিত আপোন আপোন ধন ওলোটাই দিবলৈ, আৰু সিবিলাকৰ বাটৰ সমলো দিবলৈ আজ্ঞা দিলে; তাতে সিবিলাকৰ নিমিত্তে সেই দৰেই কৰা হল। ২৬ তেতিয়া সিবিলাকে আপোন আপোন গাধৰ ওপৰত শস্য তুলি, সেই ঠাইৰ পৰা প্ৰস্থান কৰিলে। ২৭ পাছে ৰাতি থকা ঠাইত, যেতিয়া সিবিলাকৰ এজনে আপোনাৰ গাধক দানা দিবৰ নিমিত্তে মুটৰি মেলিলে, তেতিয়া সি আপোনাৰ ধন দেখিলে; আৰু দেখা, সেয়ে মুটৰিৰ মুখতে আছিল। ২৮ তেতিয়া সি ভায়েক-ককায়েকবিলাকক কলে, মোৰ ধন উভতি আহিল; আৰু দেখা, সেয়ে মোৰ মুটৰিতে আছে। তাতে সিবিলাকৰ প্ৰাণ উড়ি গল, আৰু ভয় পাই ইজনে সিজনে কোৱাকুই কৰি কলে, ঈশ্বৰে নো আমালৈ এইটো কি কৰিলে? ২৯ পাছে সিবিলাকে কনান দেশলৈ আপোনাৰ বাপেক যাকোবৰ ওচৰলৈ আহি, সিবিলাকলৈ যি যি ঘটিছিল, সেই সকলোকে তেওঁক কলে, বোলে, ৩০ যি জন সেই দেশৰ প্ৰভু, সেই পুৰুষে আমাক কটুবাক্যেৰে কথা কলে, আৰু আমাক দেশৰ চোৰাংচোৱা পাতিলে। ৩১ তাতে আমি তেওঁক কলোঁ, আমি স্বৰূপ মানুহ; আমি চোৰাংচোৱা নহওঁ; ৩২ আমি বাৰ ভাই, একে বোপাইৰে সন্তান; এটা নাই, আৰু সৰুটী হলে, এতিয়াও বোপাইৰ লগতে কনান দেশত আছে। ৩৩ তেতিয়া সেই দেশৰ যি জন প্ৰভু, সেই পুৰুষে আমাক কলে, বোলে, তহঁত স্বৰূপ বুলি ময় ইয়াৰেই জানিম, যে, তহঁতৰ ভায়েৰ এটাক মোৰ লগত থৈ, ঘৰৰ আকালৰ নিমিত্তে তহঁতে শস্য লৈ যা। ৩৪ আৰু তহঁতৰ সৰু ভায়েৰক মোৰ ওচৰলৈ আনিবি; তাতে তহঁত যে চোৰাংচোৱা নহব, কিন্তু স্বৰূপ মানুহ, ইয়াক ময় বুজিম, আৰু ময় তহঁতৰ ভায়েৰকো তহঁতক সোধাই দিম; তেতিয়া দেশত কিনা-বেচা কৰিব পাৰিবিহঁক। ৩৫ তাৰ পাছে

সিবিলাকে আপোনাবিলাকর মুটরির পরা শস্য বাকি দিলত, দেখা, প্রতি মানুহরে ধনর টোপোলা আপোন আপোন মুটরিত আছে; তাতে সিবিলাকে আরু সিবিলাকর বাপেকেও সিবিলাকর সেই ধনর টোপোলাবোর দেখি ভয় করিলে। [৩৬] তাতে সিবিলাকর বাপেক যাকোবে সিবিলাকক কলে, তহঁতে মোক সন্তানহীন করিলি; যোচেফ যে নায়েই, চিমিয়োনো নাই, এতিয়া বিন্যামীনকো তহঁতে লৈ যাব খুজিছ; এই সকলো মোলৈ অহিত্হে। [৩৭] তাতে রূবেণে আপোনার বাপেকক কলে, ময় যদি তাক তোমার ওচরলৈ আকৌ নানো, তেতিয়া মোর দুই পুত্রকে বধ করিবা; কেবল মোর হাতত তাক গতাই দিয়া, ময় তোমার ওচরলৈ তাক পুনরায় আনি দিম। [৩৮] তেতিয়া তেওঁ কলে, মোর পুত্রক তহঁতর লগত ময় যাবলৈ নিদিম; কিয়নো তার ককায়েক মরিল; এতিয়া অকল সিহে অবশিষ্ট আছে; তহঁতে যোৱা বাটত তার যদি কিবা আপদ ঘটে, তেতিয়া শোকতে এই পকা চুলিয়ে সৈতে মোক চিয়োললৈ পঠাবিহঁক।

**মিচরলৈ যাকোবর পুত্রবিলাকর দ্বিতীয় যাত্রা।**

**৪৩** তেতিয়াও দেশত আকাল অতিশয় টান আছিল; [২] তাতে সিবিলাকে মিচর দেশর পরা কিনি অনা শস্য খাই টুকুরালত, বাপেকে সিবিলাকক কলে, তোমালোকে আকৌ গৈ, আমালৈ কিছুমান শস্য কিনি আনাগৈ। [৩] তাতে যিহুদাই তেওঁক কলে, সেই পুরুষে আমাক দৃঢ়কৈ কলে, বোলে, তহঁতর ভায়ের তহঁতর লগত নাহিলে, মোর মুখ দেখিবলৈ নেপাবি। [৪] তুমি যদি আমার লগত ভাইক পঠাই দিয়া, তেন্তে আমি নামি গৈ তোমালৈ শস্য কিনি আনিমগৈ; [৫] কিন্তু যদি নপঠোৱা, তেন্তে আমি নেযাওঁ; কিয়নো সেই পুরুষে আমাক কলে, তহঁতর ভায়ের তহঁতর লগত নাহিলে, তহঁতে মোর মুখ দেখিবলৈ নেপাবিহঁক। [৬] তেতিয়া ইস্রায়েলে কলে, তহঁতর আরু এটা ভায়ের আছে বুলি সেই পুরুষর আগত কৈ, মোলৈ কিয় এনে কুব্যবহার করিলি? [৭] তাতে সিবিলাকে কলে, সেই পুরুষে আমার আরু আমার জাতি-কুটুম্ববিলাকর কথা ভালকৈ সুধিলে, যে, তহঁতর বাপের এতিয়াও জীয়াই আছে নে? আরু তহঁতর ভায়ের আরু এটা আছে নে? তাতে আমি সেইবোর কথার দরেই তেওঁক উত্তর দিছিলোঁ; কিন্তু, তহঁতর ভায়েরক ইয়ালৈ আন্গৈ,-তেওঁ এনেকৈ কব বুলি আমি কেনেকৈ নিশ্চয় করি জানিম? [৮] পাছে যিহুদাই আপোনার বাপেক ইস্রায়েলক কলে, মোর লগত লরাটীক পঠাই দিয়া, আরু আমি উঠি যাওঁ; তেহে আমি, তুমি, আরু আমার লরা তিরুতাবোরো নমরি জীয়াই থাকিম। [৯] ময় তার জামিন হৈছোঁ; মোর হাতর পরাই তুমি তাক লবা; ময় যদি তাক আনি তোমার আগত নথওঁহি, তেন্তে সদাকাললৈ ময় তোমার আগত দায়ী হম। [১০] কিয়নো আমি পলম নকরা হলে, এতিয়া দ্বিতীয়-বারো ঘুরি আহিব পারিলোঁহেঁতেন। [১১] তেতিয়া সিবিলাকর বাপেক ইস্রায়েলে কলে, যদি সেয়েহে হয়, তেন্তে এটা কাম করাহঁক; তোমালোকে আপোন আপোন পাত্রত দেশর প্রখ্যাত দ্রব্য, অর্থাৎ ঘা সুস্থ করা গছর এঁঠা কিছুমান, মৌজোল কিছুমান, মচলা, গন্ধরস, পেস্তা, আরু বাদাম, এইবোর উপহার দিবর নিমিত্তে সেই পুরুষর ওচরলৈ লৈ যোৱাহঁক। [১২] আরু তোমালোকে আপোনাবিলাকর হাতত দুগুণ ধন লোৱা; যি ধন তোমালোকর মুটরির মুখত উভটি আহিছিল, তাক হাতত ওলোটাই লৈ যোৱা; কিজানি কিবা ভুল হব পারে। [১৩] আরু তোমালোকর ভায়েরাকো লৈ উঠি, সেই পুরুষর ওচরলৈ আকৌ যোৱাহঁক। [১৪] সেই পুরুষে যেন তোমালোকর আন ভায়েরাক আরু বিন্যামীনকো তোমালোকলৈ এরি দিব, এই নিমিত্তে সর্ব্বশক্তিমান ঈশ্বরে তোমালোকক তেওঁর আগত কৃপাপ্রাপ্ত করোক; ময় যদি পুত্রহীন হব লগা আছোঁ, তেন্তে পুত্রহীনেই হম। [১৫] তেতিয়া সেই মানুহবিলাকে সেই উপহার, হাতত দুগুণ ধন, আরু বিন্যামীনকো লগত ললে, আরু উঠি মিচরলৈ নামি গৈ যোচেফর আগত থিয় হল। [১৬] পাছে যোচেফে সিবিলাকর লগত বিন্যামীনক দেখিলত, তেওঁ আপোনার ঘরগিরিক কলে, এই মানুহবিলাকক ঘরলৈ নে, আরু পশু মারি আহার যুগুত করগৈ; কিয়নো মানুহবিলাকে মোরে সৈতে দুপরীয়াকৈ ভোজন

করিব। ১৭ তাতে সেই মানুহে যোচেফে আজ্ঞা দিয়ার দরেই করি, সিবিলাকক যোচেফর ঘরলৈ লৈ গল। ১৮ কিন্তু সিবিলাকে আপোনাবিলাকক যোচেফর ঘরলৈ নিয়া দেখি, ভয় করি কলে, আগেয়ে যি ধন আমার মুটরিত উভতি গল, তার কারণে ছল চাই আমাক আক্রমণ করি, গাধবোরে সৈতে আমাক বন্দী করি লবলৈহে ইয়ালৈ অনা হৈছে। ১৯ তাতে সিবিলাকে যোচেফর ঘরগিরির ওচরলৈ গৈ, ঘরর দুবার-মুখত তারে সৈতে কথা হৈ কলে, ২০ হে দেও, আমি প্রথম-বার শস্য কিনিবলৈ আহিছিলোঁ; ২১ পাছে যেতিয়া আমি রাতি রলোঁগৈ, তেতিয়া আমার মুটরি মেলিলত, দেখা, প্রতিজনর মুটরির মুখত আপোন আপোন ধন পূরকৈ পালোঁ; তাক আমি আকৌ হাতত লৈ আহিছোঁ। ২২ তাত বাজে, শস্য কিনিবর নিমিত্তে হাতত আরু ধন আনিছোঁ; সেই ধন কোনে আমার মুটরিত দিলে, তাক আমি নেজানো। ২৩ তাতে সি কলে, তোমালোকর কুশল হওক; ভয় নকরিবা; তোমালোকর ঈশ্বর, তোমালোকর পিতৃর ঈশ্বরেই তোমালোকর মুটরিত তোমালোকক ধন দিলে; ময় হলে তোমালোকর ধন পালোঁ। তেতিয়া সি চিমিয়োনক সিবিলাকর ওচরলৈ উলিয়াই আনিলে। ২৪ এই রূপে, সেই মানুহে সিবিলাকক যোচেফর ঘরর ভিতরলৈ নি পানী দিলত, সিবিলাকে আপোনাবিলাকর ভরি ধুলে; আরু সিবিলাকর গাধবোরকো সি দানা দিলে। ২৫ আরু দুপরীয়া যোচেফ ঘরলৈ আহিব বুলি, সিবিলাকে সেই উপহার যুগুত করিলে; কিয়নো সিবিলাকে তাত ভোজন করিব বুলি সিবিলাকে শুনিছিল। ২৬ পাছে যোচেফ ঘরলৈ আহিলত, সিবিলাকে আপোনাবিলাকর হাতত থকা সেই উপহার ঘরর ভিতরলৈ তেওঁর ওচরলৈ নি, মাটিত পড়ি তেওঁর আগত প্রণিপাত করিলে। ২৭ তেতিয়া তেওঁ সিবিলাকর মঙ্গলর কথা সুধি কলে, তহঁতর যি বুঢ়া বাপেরর কথা কৈছিলি, তেওঁ ভালে আছে নে? তেওঁ এতিয়ালৈকে জীয়াই আছে নে? ২৮ তাতে সিবিলাকে কলে, আপোনার বন্দী আমার বোপাই ভালে আছে; তেওঁ এতিয়ালৈকে জীয়াই আছে; এই বুলি সিবিলাকে মূর দোঁবাই প্রণিপাত করিলে। ২৯ তেতিয়া তেওঁ চকু তুলি আপোন মাকর পুতেক বিন্যামীন ভায়েকক দেখি কলে, তহঁতে যি সরু ভায়েরর কথা মোক কৈছিলি, সেইটো ইয়েই নে? তেওঁ আরু কলে, বোপা, ঈশ্বরে তোমালৈ অনুগ্রহ করোক। ৩০ তাতে, আপোন ভায়েকলৈ যোচেফর অতিশয় মরম লগাত, তেওঁ বেগাই কান্দিবলৈ ঠাই বিচারি, আপোনার কোঁঠালিত সোমাই তাত ক্রন্দন করিলেগৈ। ৩১ পাছে তেওঁ মুখ ধুই বাহিরলৈ আহি আপোনার মন থির করি রাখি, আহার বাঢ়িবলৈ কলে। ৩২ তেতিয়া সিহঁতে তেওঁলৈ, আরু তেওঁর ভায়েক-ককায়েকবিলাকলৈ, আরু তেৱেঁ সৈতে খাওঁতা মিচরীয়াবিলাকলৈকো বেলেগ বেলেগকৈ বাঢ়িলে; কিয়নো ইব্রীয়াবিলাকে সৈতে মিচরীয়াবিলাকে খোৱাবোৱা করিব নেপায়; কারণ সেয়ে মিচরীয়াবিলাকর মানত ঘিণলগীয়া কার্য্য। ৩৩ পাছে যোচেফর আগত সিবিলাকর জ্যেষ্ঠই জ্যেষ্ঠর ঠাইত, আরু কনিষ্ঠই কনিষ্ঠর ঠাইত বহিল; তাতে সিবিলাকে ইজনে সিজনলৈ চোৱাচুই করি আশ্চরিত মানিলে। ৩৪ পাছে তেওঁ আপোনার সম্মুখর পরা ভোজনর ভাগ তোলাই নি সিবিলাকক দিয়ালে; কিন্তু সিবিলাকর আন সকলো ভাগতকৈ বিন্যামীনর ভাগ হলে পাঁচ গুণে অধিক আছিল। তেতিয়া সিবিলাকে পান করি তেৱেঁ সৈতে রঙ্গ করিলে।

### যাকোবর পুত্রবিলাকর শেষ পরীক্ষা।

**৪৪** পাছে যোচেফে আপোনার ঘরগিরিক আজ্ঞা দি কলে, মানুহবিলাকে নিব পারেমানে, সিহঁতর মুটরিত শস্য ভরাই দিবি, আরু প্রতিজন মানুহর ধনো তার মুটরির মুখতে থবি। ২ আরু সরুটোর মুটরির মুখত হলে, মোর বাটি, মোর রূপর বাটিটো তার শস্য কিনা ধনে সৈতে থবি; তাতে সি যোচেফে কোৱার দরেই করিলে। ৩ পাছে রাতি পুৱাবামাত্রে, সেই মানুহবিলাকক সিবিলাকর গাধবোরে সৈতে বিদায় দিয়া হলত, ৪ সিবিলাকে নগরর পরা ওলাই অধিক দূর নৌ যাওঁতেই, যোচেফে আপোন ঘরগিরিক কলে, উঠ, সেই মানুহবিলাকর পাছত খেদি যা; আরু সিহঁতক লগ পালে কবি, যে, তহঁতে উপকারর সলনি কিয় অপকার করিলিহঁক? ৫ মোর প্রভুৱে যিহত

পান করে, আরু যিহেরে মঙ্গলো চায়, সেয়ে জানো নহয়? এই কর্ম্ম করাতে তহঁত দোষী হৈছ। ৬ পাছে সি সিবিলাকর লগ ধরি এইবোর কথা কলত, ৭ সিবিলাকে তাক কলে, আমার প্রভুৱে কেলেই এনে কথা কৈছে? আপোনার বন্দীহঁতে এনে কর্ম্ম করা দূর হওক। ৮ দেখোক, আমার মুটরির মুখত যি ধন আমি পাইছিলোঁ, তাকো আমি কনান দেশরে পরা আপোনালৈ ওভোটাই আনিলোঁ; তেন্তে আপোনার প্রভুর ঘরর পরা সোণ বা রূপকে আমি কেলেই চুর করিম? ৯ আপোনার বন্দীহঁতর মাজত যার তাত তাক পোৱা যায়, সি মরোক; আরু আমিও প্রভুর বন্দী হমহঁক। ১০ তাতে সি কলে, বারু, তহঁতর কথার দরেই হওক; যার তাতে তাক পোৱা যায়, সি মোর বন্দী হব; কিন্তু তহঁত হলে নির্দ্দোষী হবি। ১১ তেতিয়া সিবিলাকে বেগতে আপোনাবিলাকর মুটরি মাটিলৈ নমাই, প্রতিজনে আপোন আপোন মুটরি মেলিলে। ১২ তাতে সি বড়টোর পরা আরম্ভ করি, সরুটোলৈকে বিচারিলত, বিন্যামীনর মুটরিত সেই বাটি পোৱা গল। ১৩ তেতিয়া সিবিলাকে আপোনাবিলাকর কাপর ছিরিলে, আরু আপোন আপোন গাধত বোজাই দি নগরলৈ উভটি গল। ১৪ পাছে যিহুদা আরু তার ভায়েক-ককায়েক-বিলাকে যোচেফর ঘর পালে; আরু তেওঁ তেতিয়ালৈকে তাতে আছিল। তেতিয়া সিবিলাকে তেওঁর আগত মাটিত পড়িল। ১৫ তাতে যোচেফে সিবিলাকক কলে, তহঁতে নো এইটো কি কাম করিলিহঁক? মোর নিচিনা পুরুষে যে অৱশ্যে মঙ্গল চাব পারে, তাক তহঁতে নেজান নে? ১৬ তেতিয়া যিহুদাই কলে, প্রভুর আগত আমি কি কম? কি উত্তর দিম? আরু কেনেকৈ নো নিজকে নির্দ্দোষী করিম? ঈশ্বরে আপোনার এই বন্দীহঁতর অপরাধ প্রকাশ করিলে; দেখোক, যার হাতত বাটি পোৱা গৈছে, তারে সৈতে আমিও প্রভুর বন্দী হলোঁ। ১৭ তাতে যোচেফে কলে, এনে কর্ম্ম মোর পরা দূর হওক; যার হাতত বাটিটো পোৱা গৈছে, সেই মানুহহে মোর বন্দী হব; তহঁত হলে আপোনার বাপেরর ওচরলৈ কুশলে যাগৈ।

১৮ তেতিয়া যিহুদাই তেওঁর ওচরলৈ গৈ কলে, হে মোর প্রভো, ময় মিনতি করোঁ, আপোনার এই বন্দীক মোর প্রভুর কাণত এটা কথা জনাবলৈ দিওক, আরু আপোনার এই বন্দীলৈ আপোনার ক্রোধ নজ্বলোক; কিয়নো ফরৌণ যেনে, আপুনিও তেনে। ১৯ মোর প্রভুৱে আপোনার এই বন্দীহঁতক সুধিছিল, যে, তহঁতর বাপের বা ভায়েরেই আছে নে? ২০ তাতে আমি প্রভুক কৈছিলোঁ, আমার বোপাই আছে, তেওঁ বুঢ়া, আরু তেওঁর বুঢ়া কালর এটা সুমলীয়া লরাও আছে; তার ককায়েক হলে মরিল; তার মাকর সিয়েইহে থাকিল, আরু তার বাপেকে তাক স্নেহ করে। ২১ পাছে আপুনি এই বন্দীহঁতক কলে, তহঁতে তাক মোর ইয়ালৈ আনগৈ; ময় তাক নিজ চকুরে চাম। ২২ তেতিয়া আমি প্রভুক কলোঁ, লরাই বাপেকক এরিব নোৱারে; কিয়নো সি বাপেকক এরিলেই, তেওঁ মরিব। ২৩ কিন্তু আপুনি এই বন্দীবোরক কলে, তহঁতর সরু ভায়ের তহঁতর লগত নাহিলে, মোর মুখ আকৌ দেখা নেপাবি। ২৪ তাতে, আপোনার বন্দী মোর বোপাইর ওচরলৈ গৈ, আমি প্রভুর কথাবোর বোপাইর আগত জনালোঁ। ২৫ পাছে আমার বোপায়ে কলে, তহঁতে পুনরায় গৈ আমালৈ কিছুমান শস্য কিনি আনগৈ। ২৬ তাতে আমি কলোঁ, আমি যাব নোৱারোঁ; সরু ভাই আমার লগত গলেহে আমি যাম; কিয়নো সরু ভাই আমার লগত নহলে, আমি সেই জন পুরুষর মুখকে দেখা পাব নোৱারিম। ২৭ তেতিয়া আপোনার বন্দী মোর বোপায়ে আমাক কলে, মোর ভার্য্যাই মোলৈ দুটা পুত্র প্রসব করিলে, ইয়াক তহঁতে জান; ২৮ তারে এটা মোর পরা গলত, ময় কলোঁ, নিশ্চয়ে তাক ডোখর ডোখর করা হল; আরু তেতিয়ারে পরা ময় তাক দেখিবলৈ পোৱা নাই; ২৯ আরু এতিয়া তহঁতে ইয়াকো মোর ওচরর পরা লৈ গলে, যদি ইয়ারো কিবা আপদ ঘটে, তেন্তে শোকতে মোর এই পকা চুলিয়ে সৈতে তহঁতে মোক চিয়োললৈ পঠাবিহঁক। ৩০ এতেকে, যেতিয়া আপোনার বন্দী মোর বোপাইর ওচরলৈ যাম, আরু যদি লরা আমার লগত নেথাকে, তেতিয়া, তেওঁর প্রাণ লরার প্রাণে সৈতে বন্ধা হোৱাত, ৩১ লরাক নেদেখিলেই তেওঁ মরিব; তাতে আপোনার

বন্দীহঁত আমি আপোনার বন্দী আমার বোপাইক তেওঁর পকা চুলিয়ে সৈতে শোকতে চিয়োললৈ পঠামহঁক ; ৩২ কিয়নো আপোনার বন্দী ময় মোর বোপাইর আগত এই লরার জামিন হৈ কৈছিলোঁ, যে, ময় যদি তাক তোমার ওচরলৈ নানো, তেন্তে ময় সদাকাললৈকে মোর পিতৃর আগত দায়ী হম। ৩৩ এই হেতুকে ময় বিনয় করোঁ, লরার সলনি প্রভুর ইয়াত আপোনার বন্দী ময়ে বন্দী হৈ থাকোঁ ; লরা হলে, ককায়েকহঁতে সৈতে যাওক। ৩৪ কিয়নো, মোর লগত লরা নহলে, ময় বোপাইর ওচরলৈ কেনেকৈ যাম ? গলে, বোপাইলৈ যি আপদ ঘটিব, তাক ময় চাব নোৱারোঁ।

### যোচেফে ভায়েক-ককায়েকবিলাকক চিনাকী দিয়া।

**৪৫** পাছে, যোচেফে তেওঁর ওচরত থকা-বিলাকর আগত আপোনাকে আরু ধৈর্য্যেরে রাখিব নোৱারি, মাত লগাই কলে, মোর আগর পরা প্রতিজন মানুহ ওলাই যাওক ; তাতে যোচেফে ভায়েক-ককায়েকবিলাকক চিনাকী দিওঁতে, কোনো মানুহ তেওঁর লগত নেথাকিল। ২ তেতিয়া তেওঁ বড়কৈ কান্দিব ধরিলে ; তাতে মিচরীয়াবিলাকে আরু ফরৌণর ঘরত থকা লোকবিলাকেও শুনিলে। ৩ আরু যোচেফে আপোনার ককায়েকবিলাকক কলে, ময় যোচেফ ; মোর পিতৃ এতিয়াও জীয়াই আছে নে ? কিন্তু তেওঁর ককায়েকবিলাকে তেওঁর সাক্ষাতে ব্যাকুল হোৱাত, তেওঁক একো উত্তর দিব নোৱারিলে। ৪ পাছে যোচেফে আপোনার ককায়েকবিলাকক কলে, বিনয় করোঁ, মোর ওচরলৈ চাপি আহঁা ; তাতে সিবিলাক তেওঁর ওচরলৈ চাপি গল। তেতিয়া তেওঁ কলে, তোমালোকে যাক মিচর দেশলৈ বেচি পঠাইছিলা, তোমালোকর সেই যোচেফ ভায়া ময়েই। ৫ কিন্তু, তোমালোকে যে মোক ইয়ালৈ বেচি পঠালা, এতিয়া তাত অসন্তোষ পাই আপোনা-আপুনি বেজার নকরিবা ; কিয়নো প্রাণ রাখিবর অর্থেহে ঈশ্বরে মোক তোমালোকতকৈ আগেয়ে পঠালে। ৬ কারণ, এই দুবছর দেশত আকাল হৈছে ; তাত বাজে আরু পাঁচ বছর আছে ; সেই কেইবছরত হাল বোৱা আরু শস্য দোৱা নহব। ৭ তাতে, ঈশ্বরে পৃথিবীত তোমালোকর বংশ অবশিষ্ট রাখিবলৈ, আরু মহৎ উদ্ধারর দ্বারায় তোমালোকর প্রাণ রক্ষা করিবলৈ তোমালোকতকৈ আগেয়ে মোক পঠালে। ৮ এতেকে, ইয়ালৈ মোক তোমালোকেহে যে পঠালা, এনে নহয় ; ঈশ্বরেহে পঠালে ; আরু তেওঁ মোক ফরৌণর পিতৃস্বরূপ, তেওঁর ঘরর প্রভু, আরু গোটেইখন মিচর দেশর শাসনকর্ত্তা পাতিছে। ৯ তোমালোকে বেগতে মোর বোপাইর তলৈ গৈ তেওঁক কোৱাগৈ, যে, তোমার পোৱাঁ যোচেফে এই কথা কৈছে, ঈশ্বরে মোক সমুদায় মিচর দেশর প্রভু পাতিছে ; মোর ওচরলৈ নামি আহঁা ; পলম নকরিবা। ১০ তুমি গোচন দেশত নিবাস করিবা ; তাতে তুমি, তোমার পো, নাতি, আরু মের, ছাগ, আরু গরুর জাক আদি তোমার যি যি আছে, সেই সকলোরে সৈতে মোর ওচরত থাকিবা। ১১ তুমি, তোমার পরিয়াল, আরু তোমার যি যি আছে, সেই সকলো দরিদ্র নহবর নিমিত্তে, ময় সেই ঠাইত তোমাক প্রতিপালন করিম ; কিয়নো এতিয়া আরু পাঁচ বছরলৈ আকাল আছে। ১২ আরু দেখা, ময় যে আপোন মুখেরে তোমালোকক কথা কৈছোঁ, ইয়াক তোমালোকর চকুরে, আরু মোর ভাই বিন্যামীনর চকুরেও দেখিছে। ১৩ আরু মিচর দেশত মোর সকলো ঐশ্বর্য্য আদি যি যি দেখিছা, সেই সকলোকে মোর বোপাইর আগত জনাবাগৈ ; আরু তোমালোকে শীঘ্রে মোর বোপাইক ইয়ালৈ আনাগৈ। ১৪ তেতিয়া তেওঁ আপোনার ভায়েক বিন্যামীনর ডিঙিত ধরি কান্দিলে, আরু বিন্যামীনেও তেওঁর ডিঙিত ধরি কান্দিলে। ১৫ তাত বাজে তেওঁ ককায়েকহঁতকো চুমা খাই খাই সিবিলাকর ডিঙিত ধরি ক্রন্দন করিলে ; তার পাছে তেওঁর ককায়েকবিলাকে তেওঁর লগত কথা পাতিলে।

১৬ পাছে যোচেফর ভায়েক-ককায়েকবিলাক আহিছে, এনে বার্ত্তা ফরৌণর ঘরত শুনিবলৈ পালে ; তাতে ফরৌণ আরু তেওঁর পাত্রমন্ত্রী-বিলাকো সন্তুষ্ট হল। ১৭ তেতিয়া ফরৌণে যোচেফক কলে, তোমার ভায়েরা-ককায়েরাহঁতক কোৱা, যে, তোমালোকে এই কর্ম্ম করা ;

আপোনাবিলাকৰ পশুবোৰত বোজাই দি তোমালোক কনান দেশলৈ যোৱা, [18] আৰু তোমালোকৰ বাপেৰাক আৰু সপৰিবাৰকে লৈ, তোমালোক মোৰ ইয়ালৈ আহাঁগৈ ; আৰু ময় তোমালোকক মিচৰ দেশৰ অতি উত্তম বস্তু দিম ; তাতে তোমালোকে দেশৰ সাৰ ভাগ ভোগ কৰিবলৈ পাবা। [19] তুমি আজ্ঞা পালা ; এতেকে তোমালোকে ইয়াকে কৰা, তোমালোকৰ লৰা-তিৰুতাবিলাকৰ নিমিত্তে মিচৰ দেশৰ পৰা ৰথ নি, তোমালোকৰ বাপেৰাক লৈ আহাঁগৈ। [20] তোমালোকে আপোনাবিলাকৰ বস্তুলৈ নেচাবা ; কিয়নো সমুদায় মিচৰ দেশৰ উত্তম দ্রব্য তোমালোকৰ। [21] তেতিয়া ইস্রায়েলৰ পুত্রবিলাকে সেই দৰে কৰিলে ; যোচেফে ফৰৌণৰ আজ্ঞাৰ দৰে সিবিলাকক ৰথ আৰু পথৰ সমলো দিলে। [22] তেওঁ সিবিলাকৰ আটাইকে গাইপতি এক এক যোৰ কাপৰ দিলে ; কিন্তু বিন্যামীনক হলে, তেওঁ তিনি শ ৰূপ আৰু পাঁচ যোৰ কাপৰ দিলে। [23] আৰু তেওঁ আপোন বাপেকলৈ এই এই বস্তু পঠালে, মিচৰ দেশৰ উত্তম উত্তম বস্তুৰে বোজাই দিয়া দহোটা গাধ, আৰু বাপেকৰ বাটৰ সমলৰ নিমিত্তে শস্য আৰু পিঠা আদি খোৱা বস্তুৰে বোজাই দিয়া দহ জনী গাধী। [24] এই দৰে তেওঁ আপোনাৰ ভায়েক-ককায়েকবিলাকক বিদায় দিলত, সিবিলাক গল ; আৰু তেওঁ সিবিলাকক কলে, সাৱধান, তোমালোকে বাটত কন্দল নকৰিবা। [25] পাছে সিবিলাকে মিচৰ দেশৰ পৰা কনান দেশলৈ আপোনাবিলাকৰ পিতৃ যাকোবৰ ওচৰলৈ গৈ, [26] তেওঁক কলে, যোচেফ এতিয়াও জীয়াই আছে, আৰু তেওঁ গোটেই মিচৰ দেশৰ শাসনকৰ্ত্তা হৈছে। তাতে যাকোব তধা লাগিল ; কিয়নো তেওঁ সিবিলাকৰ কথা নপতিয়ালে। [27] পাছে, যোচেফে সিবিলাকক কোৱা সকলো কথা যেতিয়া তেওঁক কলে, তাত বাজে যোচেফে তেওঁক নিবলৈ পঠোৱা ৰথবোৰকো যেতিয়া তেওঁ দেখিলে, তেতিয়াহে সিবিলাকৰ বাপেক যাকোবৰ মনে চেতন পালে। [28] তাতে ইস্রায়েলে কলে, মোৰ পুত্র যোচেফ যে এতিয়াও জীয়াই আছে, এয়ে যথেষ্ট ; ময় গৈ মৰাৰ পূৰ্ব্বেই তাক দেখিবলৈ পাম।

যাকোব সপৰিবাৰে মিচৰলৈ যোৱা।

**৪৬** পাছে ইস্রায়েল সপৰিবাৰে যাত্রা কৰি বেৰ-চেবা পাই, তেওঁ আপোন পিতৃ ইচ্‌হাকৰ ঈশ্বৰৰ উদ্দেশে বলি উৎসৰ্গ কৰিলে। [2] তাতে ৰাতি ঈশ্বৰে ইস্রায়েলক দৰ্শন দি কলে, হে যাকোব, হে যাকোব ; তেওঁ কলে, দেখোক, ময় আছোঁ। [3] তেতিয়া তেওঁ কলে, ময় ঈশ্বৰ, তোমাৰ পিতৃৰ ঈশ্বৰ। তুমি মিচৰলৈ নামি যাবলৈ ভয় নকৰিবা ; কিয়নো ময় সেই ঠাইতে তোমাৰ পৰা এক মহাজাতি উৎপন্ন কৰিম। [4] ময়েই তোমাৰ লগত মিচৰলৈ নামি যাম ; আৰু ময়েই তোমাক তাৰ পৰা ওভোটাই আনিম ; আৰু যোচেফে তোমাৰ চকুত হাত দিব। [5] পাছে যাকোব বেৰ-চেবাৰ পৰা উঠিল ; ইস্রায়েলৰ পুত্রবিলাকে আপোনাবিলাকৰ বাপেক যাকোবক, আৰু সিবিলাকৰ লৰা-তিৰুতা-বিলাকক, ফৰৌণে তেওঁক নিবলৈ পঠোৱা ৰথবোৰত তুলি নিলে। [6] আৰু সিবিলাকে আপোনাবিলাকৰ পশুৰ জাকবোৰ আৰু কনান দেশত পোৱা আটাই সম্পত্তি লৈ, যাকোব আৰু তেওঁৰ সকলো বংশই সৈতে মিচৰ দেশলৈ গল। [7] এই ৰূপে যাকোবে আপোন পুতেক, নাতিয়েক, জীয়েক, নাতিনীয়েক আদি সমুদায় বংশকে আপোনাৰ লগত মিচৰ দেশলৈ নিলে।

[8] মিচৰলৈ যোৱা ইস্রায়েলৰ সন্তানবিলাকৰ, অৰ্থাৎ যাকোব আৰু তেওঁৰ সন্তানবিলাকৰ এই এই নাম ; যাকোবৰ জ্যেষ্ঠ পুত্র ৰূবেণ। [9] ৰূবেণৰ পুতেক হনোক, পল্লু, হিষ্রোণ, আৰু কৰ্ম্মী। [10] আৰু চিমিয়োনৰ পুতেক যিমূৱেল, যামীন, ওহদ, যাখীন, চোহৰ, আৰু তাৰ কনানীয়া তিৰুতাৰ পুতেক চৌল। [11] আৰু লেবীৰ পুতেক গেৰ্চোন, কহাৎ, আৰু মৰাৰী। [12] যিহুদাৰ পুতেক এৰ, ওনন, চেলা, পেৰচ, আৰু জেৰহ ; কিন্তু এৰ আৰু ওনন হলে কনান দেশতে মৰিল। আৰু পেৰচৰ পুতেক হিষ্রোণ আৰু হামূল। [13] ইচাখৰৰ পুতেক তোলা, পুৱা, যোব, আৰু চিম্রোণ। [14] আৰু জবূলূনৰ পুতেক চেৰদ, এলোন, আৰু যহলেল। [15] এইবিলাক পদ্দন-অৰামত লেয়াই যাকোবলৈ তেওঁৰ জীয়েক দীনাই সৈতে উৎপন্ন কৰা সন্তান ; পুতেক

জীয়েকে সৈতে সর্ব্বমোট তেত্রিশ জন প্রাণী। [16] গাদর পুতেক চিফোন, হগ্গী, চূনী, ইচ্বোন, এরী, অরোদী, আরু অরেলী। [17] আরু আচেরর পুতেক যিম্না, যিচ্বা, যিচ্বী, বরীয়া, আরু সিহঁতর ভনীয়েক চেরহ; বরীয়ার পুতেক হেবর আরু মল্কীয়েল। [18] লাবনে আপোনার জীয়েক লেয়ার লগত দিয়া জিল্পার এইবিলাক সন্তান; তাইর পরা যাকোবলৈ এই ষোল জন প্রাণী উৎপন্ন হল। [19] যাকোবর ভার্য্যা রাহেলর পুত্র যোচেফ আরু বিন্যামীন। [20] ওন নগরর পুরোহিত পোটী-ফেরার জীয়েক আচনতে প্রসব করা যি মনচি আরু ইফ্রয়িম, যোচেফর সেই দুই পুত্র মিচর দেশত জন্মিল। [21] বিন্যামীনর পুতেক বিলা, বেখর, অচ্বেল, গেরা, নামন, এহী, রোচ, মুপ্পীম, হুপ্পীম, আরু অর্দ। [22] এইবিলাক যাকোবলৈ জন্মা রাহেলর সন্তান; ইবিলাক সর্ব্বমোট চৌদ্ধ জন প্রাণী। [23] দানর পুতেক হুচীম। [24] নপ্তালীর পুতেক যহচিয়েল, গূনী, যেচর, আরু চিল্লেম। [25] লাবনে আপোনার জীয়েক রাহেলর লগত দিয়া বিল্হার এইবিলাক সন্তান; তাইর পরা যাকোবলৈ উৎপন্ন হোৱা সর্ব্বমোট সাত জন প্রাণী। [26] যাকোবর পো-বোৱারীয়েকহঁতর বাহিরে, তেওঁর ঔরসত জন্মা আরু তেওঁর লগত মিচর দেশলৈ যোৱা আটাই প্রাণী সর্ব্বমোট ছয়ষষ্ঠি জন প্রাণী। [27] আরু মিচর দেশত যোচেফলৈ যি পুত্র জন্মিছিল, সিবিলাক দুই প্রাণী। মিচরলৈ যোৱা যাকোবর বংশর প্রাণী সর্ব্বমোট সত্তর জন আছিল।

[28] পাছে আপোনার আগেয়ে গোচনর বাট দেখুৱাবর নিমিত্তে, যাকোবে আপোনার আগেয়ে যিহূদাক যোচেফর ওচরলৈ পঠালে। তার পাছে সিবিলাকে গৈ গোচন পালত, [29] যোচেফে আপোন রথ সজাই, তেওঁর পিতৃ ইস্রায়েলে সৈতে সাক্ষাৎ করিবলৈ গোচনলৈ গল, পাছে তেওঁক দেখা দি, তেওঁর ডিঙিত সাবট মারি বহু পরলৈকে ডিঙিত ধরি ক্রন্দন করিলে। [30] তেতিয়া ইস্রায়েলে যোচেফক কলে, এতিয়া মোর মরণ হওক; কিয়নো মম তোমার মুখ দেখিবলৈ পালোঁ; তুমি এতিয়ালৈকে জীয়াই আছা। [31] পাছে যোচেফে ভায়েক-ককায়েক-বিলাক আরু বাপেকর ঘরর সকলোকে কলে, মম গৈ ফরৌণক জনাই তেওঁর আগত কওঁগৈ, যে, কনান দেশত থকা মোর ভাই-ককাইবিলাক আরু পিতৃর ঘরর সকলোরেই মোর ওচরলৈ আহিল। [32] সেই মানুহবিলাক পশুপালক; কিয়নো পশু রখাই সিবিলাকর ব্যবসায়; সিবিলাকর মের, ছাগ, আরু গরুর জাক আদি যি যি আছিল, সেই সকলোকে সিবিলাকে আনিছে। [33] তাতে, ফরৌণে যেতিয়া তোমালোকক মাতি নি. তোমালোকর কি ব্যবসায় বুলি সুধিব, [34] তেতিয়া তোমালোকে গোচন দেশত থাকিবর নিমিত্তে, তোমালোকে তেওঁক কবা, যে, আপোনার বন্দীহঁত আমি আরু আমার পিতৃ সকলোরেই সরু কালরে পরা এতিয়ালৈকে পশুপালক। কারণ পশুপালকবিলাক মিচরীয়া-বিলাকর মানত ঘৃণার পাত্র।

৪৭ পাছে যোচেফে গৈ ফরৌণর আগত কলে, মোর পিতৃ আরু ভাই-ককাইবিলাক আরু সিবিলাকর মের, ছাগ, আরু গরুর জাক আদি যি যি আছিল, সেই সকলো কনান দেশর পরা আহিল; আরু দেখোক, সিবিলাক গোচন দেশত আছেহি। [2] পাছে যোচেফে আপোনার ভায়েক-ককায়েকবিলাকর মাজর পাঁচ জনক নি, ফরৌণর আগত উপস্থিত করিলে। [3] তেতিয়া ফরৌণে যোচেফর সেই ভায়েক-ককায়েকবিলাকক সুধিলে, তোমালোকর কি ব্যবসায়? তাতে সিবিলাকে ফরৌণক কলে, আপোনার এই বন্দী-হঁত পশুপালক, আমি আরু আমার ওপর-পিতৃ-বিলাকো। [4] সিবিলাকে ফরৌণক আরু কলে, আমি এই দেশত প্রবাস করিবলৈ আহিছোঁ; কিয়নো কনান দেশত অতিশয় আকাল হোৱাত, আপোনার এই বন্দীহঁতর পশুর জাক চরাবলৈ ঠাই নাইকিয়া; এতেকে আমি বিনয় করোঁ, আপোনার এই বন্দীহঁতক গোচন দেশত থাকিবলৈ দিওক। [5] তাতে ফরৌণে যোচেফক কলে, তোমার পিতৃ আরু তোমার ভাই-ককাইবিলাকো তোমার ওচরলৈ আহিছে। [6] মিচর দেশখনেই তোমার সম্মুখত আছে; দেশর যি অতি উত্তম ঠাই, তাতেই তোমার পিতৃ আরু তোমার ভাই-ককাইবিলাকক বাস করিবলৈ দিয়া; সিবিলাক গোচন দেশত থাকোক। আরু সিবিলাকর মাজর কামত পার্গত কোনো মানুহক যদি জানা,

তেন্তে মেৰৰ জাকৰ ওপৰত সিবিলাকক প্ৰধান পশু-ৰখীয়া পাতা। [৭] পাছে যোচেফে আপোনাৰ পিতৃ যাকোবক নি, ফৰৌণৰ আগত উপস্থিত কৰিলে; তাতে যাকোবে ফৰৌণক আশীৰ্ব্বাদ কৰিলে। [৮] তেতিয়া ফৰৌণে যাকোবক সুধিলে, তোমাৰ কিমান বছৰ বয়স হৈছে? [৯] যাকোবে ফৰৌণক কলে, মোৰ প্ৰবাসৰ কাল এশ ত্ৰিশ বছৰ; মোৰ আয়ুষৰ দিন অলপ আৰু দুঃখজনক; আৰু মোৰ ওপৰ-পিতৃবিলাকে সিবিলাকৰ প্ৰবাসৰ কালত যিমান আয়ুষ পালে, মই সিমান পোৱা নাই। [১০] পাছে যাকোবে ফৰৌণক আশীৰ্ব্বাদ কৰি, ফৰৌণৰ আগৰ পৰা ওলাই গল। [১১] তেতিয়া যোচেফে ফৰৌণৰ আজ্ঞা অনুসাৰে, মিচৰ দেশৰ উত্তম অঞ্চলত ৰামিচেচ প্ৰদেশত অধিকাৰ দি, আপোন বাপেক আৰু ভায়েক-ককায়েকবিলাকক বসতি কৰালে। [১২] আৰু যোচেফে আপোন বাপেক আৰু ভায়েক-ককায়েক আদি কৰি গোটেই পিতৃ-বংশক প্ৰত্যেকৰ পৰিয়াল অনুসাৰে আহাৰ দি প্ৰতিপালন কৰিলে।

### যোচেফে ফৰৌণৰ নিমিত্তে মিচৰীয়াবিলাকৰ আটাই পশু আৰু মাটি লোৱা।

[১৩] সেই সময়ত গোটেই দেশতে আহাৰ নাইকিয়া হল; কিয়নো আকাল অতিশয় টান হৈ গল; তাতে মিচৰ আৰু কনান দেশ আকালৰ গুণে দুঃখত মগ্ন হল। [১৪] পাছে মিচৰ দেশত আৰু কনান দেশতো যিমান ধন আছিল, লোকে তাক দি শস্য কিনাত, যোচেফে যি ধন পালে, তাক গোটাই যোচেফে ফৰৌণৰ ঘৰলৈ নিলে। [১৫] তাতে, মিচৰ আৰু কনান দেশৰ ধন ঢুকালত, আটাই মিচৰীয়াবিলাকে যোচেফৰ ওচৰলৈ আহি কলে, আমাক আহাৰ দিওক; কাৰণ আপোনাৰ আগত আমি কেলেই মৰোঁ? কিয়নো আমাৰ ধন ঢুকাল। [১৬] তাতে যোচেফে কলে, তোমালোকৰ পশুবোৰ দিয়া; যদি ধন ঢুকাল, তেন্তে মই পশুৰ সলনিয়েই শস্য দিম। [১৭] তেতিয়া লোকবিলাকে যোচেফৰ ওচৰলৈ আপোন আপোন পশুবোৰ আনিলত, যোচেফে সিবিলাকৰ ঘোঁৰা, মেৰ, ছাগ, আৰু গৰুৰ জাক, আৰু গাধবোৰৰ সলনি সিবিলাকক শস্য দিলে; এই ৰূপে যোচেফে সেই বছৰ সিবিলাকৰ আটাই পশুবোৰ লৈ, সিবিলাকক আহাৰ দি প্ৰতিপালন কৰিলে। [১৮] পাছে সেই বছৰ অতীত হলত, দ্বিতীয় বছৰত লোকবিলাকে যোচেফৰ ওচৰলৈ আহি তেওঁক কলে, আমাৰ ধন যে ঢুকাল, তাক আমি প্ৰভুৰ পৰা লুকুৱাই নেৰাখোঁ; আৰু আমাৰ পশুৰ জাকো প্ৰভুৰেই হল; শৰীৰ আৰু মাটিৰ বাহিৰে প্ৰভুৰে দেখাত আমাৰ আৰু একো নাই। [১৯] আমি আপোন আপোন মাটিয়ে সৈতে আপোনাৰ চকুৰ আগত কিয় বিনষ্ট হম? আহাৰ দি, আমাক আৰু আমাৰ মাটিকো কিনি লওক; আমি আপোন আপোন মাটিয়ে সৈতে ফৰৌণৰ বন্দী হম; আৰু আমাক কঠিয়াও দিওক; তাতে আমি নমৰি জীয়াই থাকিম, আৰু আমাৰ মাটিও ছন পড়ি নেথাকিব। [২০] এই ৰূপে যোচেফে সমুদায় মিচৰ দেশৰ মাটি ফৰৌণলৈ কিনি ললে; কিয়নো, মিচৰীয়াবিলাকে সহিব পৰাতকৈয়ো আকাল টান হলত, সিবিলাক প্ৰতিজন মানুহে আপোন আপোন মাটি বেচিলে; তাতে মাটি ফৰৌণৰ হল। [২১] আৰু প্ৰজাবিলাকক হলে, তেওঁ মিচৰ দেশৰ এক সীমাৰ পৰা আন সীমালৈকে নগৰবোৰলৈ তুলি আনিলে। [২২] কেৱল পুৰোহিতবিলাকৰ মাটিহে তেওঁ নিকিনিলে; কিয়নো পুৰোহিতবিলাকে ফৰৌণৰ পৰা আপোনাৰ ভাগ পায়; আৰু ফৰৌণে সিবিলাকক যি ভাগ দিয়ে, তাকেই ভোগ কৰে; এই হেতুকে সিবিলাকে আপোনাৰ মাটি নেবেচিলে। [২৩] তেতিয়া যোচেফে প্ৰজাবিলাকক কলে, দেখা, আজি মই তোমালোকক আৰু তোমালোকৰ মাটি ফৰৌণলৈ কিনিলোঁ। দেখা, তোমালোকৰ নিমিত্তে কঠিয়া এইয়া; এতিয়া তোমালোকে মাটিত বোৱাঁগৈহঁক। [২৪] তাতে, শস্য গোটোৱা কালত, তাৰ পাঁচ ভাগৰ এভাগ ফৰৌণক দিবা; আন চাৰি ভাগ হলে, মাটিৰ কঠিয়াৰ নিমিত্তে, আৰু তোমালোকৰ ও আপোন আপোন পৰিয়াল আৰু লৰা-ছোৱালীবিলাকৰ আহাৰৰ নিমিত্তে তোমালোকলৈ থাকিব। [২৫] তাতে সিবিলাকে কলে, আপুনি আমাৰ প্ৰাণ ৰক্ষা কৰিলে; প্ৰভুৰ দৃষ্টিত আমি অনুগ্ৰহ পালেই ফৰৌণৰ বন্দী হম। [২৬] এই হেতুকে, পাঁচ ভাগৰ এভাগ ফৰৌণৰ হব, এইটো

বিধি মিচরর ভূমির বিষয়ে যোচেফে স্থাপন করিলে ; সেয়ে আজিলৈকে চলি আছে ; কেৱল পুরোহিতবিলাকর মাটিহে ফরৌণর নহল। [২৭] আৰু ইস্রায়েলে মিচর দেশর গোচন অঞ্চলত নিবাস করিলে ; আৰু সিবিলাকে তাত অধিকার পাই বহুবংশ হৈ অতিশয়ৰূপে বৃদ্ধি পালে।

**যাকোবে যোচেফর দুই পুত্রক আশীর্ব্বাদ দিয়া।**

[২৮] মিচর দেশত যাকোব সোতের বছর জীয়াই আছিল ; তাতে যাকোবর বয়স সর্ব্বমোট এশ সাত্চল্লিশ বছর হল। [২৯] পাছে, ইস্রায়েলর মরণর কাল ওচর চাপিলত, তেওঁ আপোন পুত্র যোচেফক মাতি নি তেওঁক কলে, মই যদি তোমার দৃষ্টিত অনুগ্রহপ্রাপ্ত হৈছোঁ, তেন্তে বিনয় করোঁ, মোর করঙনর তলত তোমার হাত দিয়া, আৰু মোরে সৈতে দয়া আৰু সত্য ব্যবহার করিবা ; বিনয় করোঁ, মোক মিচরত মৈদাম নিদিবা ; [৩০] কিন্তু, মই যেতিয়া ওপর-পিতৃবিলাকর লগত শয়ন করিম, তেতিয়া তুমি মোক মিচরর পরা লৈ গৈ, সিবিলাকর মৈদামর ঠাইত মোক মৈদাম দিবা। তাতে তেওঁ কলে, তুমি কোৱার দরেই মই করিম। [৩১] পাছে যাকোবে পুনরায় কলে, মোর আগত শপথ করা ; তাতে তেওঁ যাকোবর আগত শপথ করিলে। তেতিয়া ইস্রায়েলে শয্যার মূর-শিতানত মূর দোঁৱালে।

**৪৮** এইবোর ঘটনার পাছত, কোনোবে যোচেফক কলে, দেখা, তোমার পিতৃ নরীয়া পড়িছে ; তাতে তেওঁ আপোনার দুজন পুত্র মনচি আৰু ইফ্রয়িমক লগত লৈ গল। [২] পাছে কোনোবে যাকোবক কলে, দেখোক, আপোনার পুত্র যোচেফ আপোনার ওচরলৈ আহিছে ; তেতিয়া ইস্রায়েলে বল দি, শয্যাত উঠি বহিল। [৩] পাছে যাকোবে যোচেফক কলে, সর্ব্বশক্তিমান ঈশ্বরে কনান দেশর লূজত মোক দর্শন দিলে, [৪] আৰু মোক আশীর্ব্বাদ করি কলে, দেখা, মই তোমাক বহুবংশ করি অতিশয়ৰূপে বঢ়াম, আৰু তোমার পরাই জাতিসমূহ উৎপন্ন করিম ; আৰু সদাকালর অধিকারর অর্থে মই তোমার ভাবি-বংশক এই দেশ দিম। [৫] মই মিচরলৈ তোমার ওচরলৈ অহার আগেয়ে, তোমালৈ যি দুটী পুত্র মিচর দেশত জন্মিল, সিবিলাক মোরেই ; রূবেণ আৰু চিমিয়োনর দরে ইফ্রয়িম আৰু মনচি মোরেই হব। [৬] আৰু সিবিলাকর পাছত তোমালৈ যিবিলাক জন্ম হব, সেইবিলাক হলে তোমার হব ; আৰু সেই দুজন ভায়েক-ককায়েকর নাম অনুসারেই সিবিলাকর অধিকারত সিবিলাক প্রখ্যাত হব। [৭] মোর কথাত হলে, পদ্দনর পরা মই অহা কালত, কনান দেশত, ইফ্রাথ পাবলৈ কিছু বাট থাকোঁতেই, রাহেল বাটতে মোর গুরিত মরিল ; আৰু মই সেই ঠাইতে ইফ্রাথ অর্থাৎ বৈৎ-লেহমলৈ যোৱা বাটর কাষরতে মই তেওঁক মৈদাম দিলোঁ। [৮] পাছে ইস্রায়েলে যোচেফর পুত্র দুজনক দেখি সুধিলে, ইবিলাক কোন? [৯] তাতে যোচেফে আপোনার বাপেকক কলে, ঈশ্বরে মোক ইয়াত দিয়া ইবিলাকেই মোর পুত্র। তেওঁ কলে, বিনয় করোঁ, সিবিলাকক মোর ওচরলৈ আমা, মই সিবিলাকক আশীর্ব্বাদ দিওঁ। [১০] তেতিয়া ইস্রায়েলে বৃদ্ধ হোৱার কারণে চকু দুর্ব্বল হোৱাত, মনিব নোৱারিলে ; পাছে যোচেফে সিবিলাকক তেওঁর ওচরলৈ নিলত, তেওঁ সিবিলাকক চুমা খালে, আৰু সাবট মারি ধরিলে। [১১] আৰু ইস্রায়েলে যোচেফক কলে, মই ভাবিছিলোঁ, তোমার মুখকেই মই দেখিবলৈ নেপাম ; কিন্তু দেখা, ঈশ্বরে মোক তোমার সন্তানকো দেখুৱালে। [১২] তেতিয়া যোচেফে তেওঁর আঁঠু দুটার মাজর পরা সিবিলাকক উলিয়াই, মাটিত মুখ দি প্রণিপাত করিলে। [১৩] আৰু যোচেফে সিবিলাক দুয়োকো লৈ, ইফ্রয়িমক আপোনার সোঁ হাতেরে ধরি ইস্রায়েলর বাওঁহাতলৈ, আৰু মনচিক আপোনার বাওঁ হাতেরে ধরি ইস্রায়েলর সোঁহাতলৈ, এই ৰূপে বাপেকর ওচরলৈ নিলে। [১৪] কিন্তু ইস্রায়েলে আপোনার সোঁ হাত মেলি ইফ্রয়িম সরুটোর মূরত, আৰু বাওঁ হাত মনচির মূরত দিলে ; তেওঁ বুজিবাজি হাত দিলে ; কিয়নো মনচি জ্যেষ্ঠ পুত্র। [১৫] পাছে তেওঁ যোচেফক আশীর্ব্বাদ করি কলে, যি ঈশ্বরর সাক্ষাতে মোর ওপর-পিতৃ অব্রাহাম আৰু ইচ্হাক চলিছিল, যি ঈশ্বরে পূর্ব্বরে পরা আজিলৈকে মোক প্রতিপালন করি আহিছে, [১৬] যি দূতে আটাই আপদর পরা মোক মুক্ত করিলে, তেওঁেই এই লরাইতক আশীর্ব্বাদ করোক ;

আৰু মোৰ নাম ও মোৰ ওপৰ-পিতৃ অব্ৰাহাম আৰু ইচ্‌হাকৰ নাম ইবিলাকৰ দ্বাৰায় প্ৰখ্যাত হওক ; আৰু ইবিলাক বাঢ়ি বাঢ়ি পৃথিবীৰ মাজত বহুবংশ হওক। [১৭] পাছে যোচেফে আপোনাৰ বাপেকৰ সোঁ হাত ইফ্ৰয়িমৰ মূৰত দিয়া দেখি, অসন্তোষ পালে ; তাতে তেওঁ ইফ্ৰয়িমৰ মূৰৰ পৰা মনচিৰ মূৰত দিবলৈ, বাপেকৰ হাত দাঙি বাপেকক কলে, [১৮] এনে নহয় পিতৃ ; কিয়নো ইহে জ্যেষ্ঠ ; ইয়াৰ মূৰতেই আপোনাৰ সোঁ হাত দিওক। [১৯] কিন্তু তেওঁৰ বাপেকে অমান্তি হৈ কলে, বোপা, তাক ময় জানিছোঁ ; ময় জানিছোঁ ; ইও এক জাতি হব, আৰু ইও মহান হব ; তথাপি ইয়াৰ সৰু ভায়েক হলে, ইয়াতকৈয়ো মহান হব, আৰু তাৰ বংশ জাতিসমূহ হবগৈ। [২০] তেওঁ সেই দিনাই সিবিলাকক আশীৰ্ব্বাদ কৰি কলে, ইস্ৰায়েল লোকে আশীৰ্ব্বাদ কৰা সময়ত, তোমাৰ নাম কৰি কব, ঈশ্বৰে তোমাক ইফ্ৰয়িম আৰু মনচিৰ নিচিনা কৰোক ; এই ৰূপে তেওঁ মনচিতকৈ ইফ্ৰয়িমক অগ্ৰগণ্য কৰিলে। [২১] পাছে ইস্ৰায়েলে যোচেফক কলে, দেখা, ময় এতিয়া মৰোঁহে ; কিন্তু ঈশ্বৰ তোমালোকৰ সঙ্গী হব, আৰু তোমালোকক পুনৰায় তোমালোকৰ ওপৰ-পিতৃবিলাকৰ দেশলৈ লৈ যাব। [২২] আৰু ময় আপোন তৰোৱাল আৰু ধনুৰে ইমোৰীয়াইতৰ হাতৰ পৰা লোৱা সেই এডোখৰ মাটি তোমাৰ ভাই-ককাইবিলাকতকৈ তোমাক বেচীকৈ দিছোঁ।

যাকোবৰ পুত্ৰবিলাকৰ বিষয়ে তেওঁৰ ভাববাণী ;
আৰু তেওঁৰ মৃত্যু।

**৪৯** পাছে যাকোবে আপোনাৰ পুত্ৰবিলাকক মাতি কলে, তোমালোক গোট খোৱা ; আগলৈ তোমালোকৰ যি যি ঘটিব, তাক ময় তোমালোকক জনাওঁ।

[২] হে যাকোবৰ পুত্ৰবিলাক, গোট খাই শুনা ;
তোমালোকৰ পিতৃ ইস্ৰায়েলৰ বাক্য শ্ৰৱণ কৰা।
[৩] হে ৰূবেণ, তুমি মোৰ জ্যেষ্ঠ পুত্ৰ, মোৰ বল, আৰু মোৰ শক্তিৰ প্ৰথম ফল ;
তুমি মহিমা আৰু পৰাক্ৰমত প্ৰধান।
[৪] তুমি উত্তলা পানীৰ নিচিনা হোৱাত, তোমাত প্ৰাধান্য নেথাকিব ;
কিয়নো তুমি আপোন পিতৃৰ শোৱা খাটলৈ উঠি গৈছিলা।
তেতিয়া তুমি অপবিত্ৰ কৰ্ম্ম কৰিছিলা। সি মোৰ শয্যালৈ উঠি গৈছিল।
[৫] চিমিয়োন আৰু লেবী একে মাকৰে সন্তান ;
সিহঁতৰ তৰোৱাল বলাৎকাৰৰ অস্ত্ৰ।
[৬] হে মোৰ মন, তুমি সিহঁতৰ সভাত নোসোমাবা ;
হে মোৰ গৌৰব, সিহঁতৰ সমাজত যোগ নিদিবা ;
কিয়নো সিহঁতে ক্ৰোধত নৰ-হত্যা কৰিলে,
আৰু আপোন-ময়মতেৰে ভতৰাৰ পাছঠেঙৰ শিৰ ছেদন কৰিলে।
[৭] সিহঁতৰ খং শাপগ্ৰস্ত হওক, কিয়নো সেয়ে প্ৰচণ্ড ;
আৰু সিহঁতৰ ক্ৰোধো, কাৰণ সেয়ে নিষ্ঠুৰ।
ময় যাকোবৰ মাজত সিহঁতক ভাগ ভাগ কৰিম ;
ইস্ৰায়েলৰ মাজত সিহঁতক ছিন্নভিন্ন কৰিম।
[৮] হে যিহুদা, তোমাক হলে, আপোন ভাইবিলাকে প্ৰশংসা কৰিব ;
তোমাৰ হাতে শত্ৰুবোৰৰ ডিঙি ধৰিব ;
তোমাৰ পিতৃৰ সন্তানবিলাকে তোমাৰ আগত প্ৰণিপাত কৰিব।
[৯] যিহুদা যুবা সিংহ ;
হে মোৰ বোপা, তুমি পশু ছিৰি পেলোৱাৰ পৰা উঠি আহিলা।
সি সিংহৰ দৰে পৰি শুইছে,
এনে কি, সিংহিনীৰ দৰে শুইছে ; কোনে তাক জগাব ?
[১০] চীলো নাহেমানে,
যিহুদাৰ পৰা ৰাজদণ্ড নেযাব,
আৰু তাৰ ভৰি দুখনৰ মাজৰ পৰা বিচাৰ-দণ্ড ঘুচিব ;
লোকসমূহ সেই জনাৰ আজ্ঞাধীন হব।
[১১] সি ৰাক্ষালতাত আপোনাৰ ভেকা গাধ,
আৰু উত্তম ৰাক্ষালতাত আপোনাৰ গাধ পোৱালি বান্ধি,

আপোন বস্ত্র দ্রাক্ষারসত,
আরু আপোন কাপর দ্রাক্ষাগুটির তেজরূপ
রসত ধুইছে।
[১২] তার চকু দ্রাক্ষারসেরে রঙা,
আরু তার দাঁত গাখীরেরে বগা।
[১৩] জবূলূনে সমুদ্রর তীরত বসতি করিব ;
সি জাহাজবোরর আশ্রয়র তীর হব ;
আরু চীদোনলৈকে তার সীমা হব।
[১৪] ইচাখর বলবান গাধ ;
সি দুটা গঁরালর মাজত শোবে।
[১৫] সি জিরণিক ভাল দেখি,
আরু দেশক সুন্দর দেখি,
তার ববলৈ আপোনার কান্ধ পাতি দি,
কাম করি দিব লগীয়া বন্দী হল।
[১৬] দান ইস্রায়েলর এক ফৈদ হৈ,
আপোন লোকবিলাকর সোধ-বিচার করিব।
[১৭] ঘোঁরাত উঠা জন পাছফালে পড়াকৈ,
যি সাপে ঘোঁরার ঠেঙত খোঁটে,
দান বাটত থকা এনেকুৱা সাপ,
পথত থকা এনেকুৱা বিষাল সর্প হব।
[১৮] হে যিহোৱা, ময় তোমার পরিত্রাণলৈ
অপেক্ষা করিছোঁ।
[১৯] গাদক হলে সৈন্য এদলে আক্রমণ করিব ;
কিন্তু সি সিহঁতর পাছফালে আক্রমণ করিব।
[২০] আচেরর মাজর পরা আপোনার উত্তম
আহার জন্মিব ;
সি রজাই খাব পরা সুখাদ্য আহার যোগাব।
[২১] নপ্তালী মুকলি হোৱা হরিণ ;
সি মনোহর কথা কয়।
[২২] যোচেফ ফলবান বৃক্ষর ডাল,
ভুমুকর ওচরত থকা লাগনী গছর ডাল ;
তার ডালবোর গড়র ওপরলৈকে জুরি যায়।
[২৩] ধনুর্দ্ধরবিলাকে তাক বড়কৈ ক্লেশ দিলে,
আরু তালৈ কঁড়িয়াই তাক তাড়না করিলে ;
[২৪] কিন্তু তার ধনু শকত হৈ থাকিল,
আরু যাকোবর পরাক্রমী জনার হাতর দ্বারায়,
(তেওঁর পরা মের-রখীয়া ইস্রায়েলর শিলা)
[২৫] তোমার পিতৃর ঈশ্বরর দ্বারায়, (তেওঁ
তোমাক উপকার করিব)
সর্ব্বশক্তিমান জনার দ্বারায়,
(তেওঁ ওপরত থকা আকাশর আশীর্ব্বাদেরে,
তলত থকা অগাধ জলর আশীর্ব্বাদেরে,
স্তন আরু গর্ভর আশীর্ব্বাদেরে, তোমাক
আশীর্ব্বাদ করিব)
তার হাত চলোৱা বাহু বলী করা হল।
[২৬] মোর ওপর-পিতৃবিলাকর আশীর্ব্বাদতকৈ,
তোমার আপোন পিতৃর আশীর্ব্বাদ ফল-
দায়ক হৈ,
সদাকালর পর্ব্বতর সীমালৈকে ব্যাপিল।
আরু সেয়ে যোচেফর মূরত থাকিব ;
ভায়েক-ককায়েকবিলাকর পরা পৃথকে থকা
জনর মূরর তালুত থাকিব।
[২৭] বিন্যামীন পশু ছিরি পেলাওঁতা রাংকুকুর ;
রাতিপুৱা সি মৃগ ভক্ষণ করিব ;
সন্ধ্যা পরত লুটদ্রব্য ভাগ বাঁটি দিব।

[২৮] এই সকলোৱেই ইস্রায়েলর বার ফৈদ ; আরু সিবিলাকর বাপেকে আশীর্ব্বাদ করি সিবিলাকক কোৱা কথাও এয়ে ; সিবিলাকর প্রতি-জনকে তেওঁ বিশেষ বিশেষ আশীর্ব্বাদেরে আশীর্ব্বাদ করিলে। [২৯] পাছে তেওঁ সিবিলাকক আজ্ঞা করি কলে, মোক আপোন লোকবিলাকর লগলৈ নিয়া হব ; [৩০] এই হেতুকে, কনান দেশত, মম্রির সম্মুখত থকা মক্‌পেলার যি গুহা মৈদামর অধিকারর অর্থে অব্রাহামে হিত্তীয়া ইফ্রোণর পরা পথারে সৈতে কিনি লৈছিল, সেই হিত্তীয়া ইফ্রোণর পথারর গুহাতে মোর ওপর-পিতৃবিলাকর লগত মোকো মৈদাম দিবা। [৩১] সেই ঠাইতে অব্রাহাম আরু তেওঁর ভার্য্যা চারাক মৈদাম দিয়া হল ; সেই ঠাইতে ইচ্‌হাক আরু তেওঁর ভার্য্যা রিবিকাকো মৈদাম দিয়া হল ; আরু সেই ঠাইতে ময়ো লেয়াক মৈদাম দিলোঁ। [৩২] সেই পথার আরু তার মাজত থকা গুহা হেতর সন্তানবিলাকর পরা কিনা হৈছিল। [৩৩] এই রূপে যাকোবে আপোনার পুত্রবিলাকক আজ্ঞা দি এঁটাই, শয্যার ওপরত আপোনার ভরি দুখন কোঁচাই প্রাণত্যাগ করিলত, তেওঁক আপোন লোক-বিলাকর লগলৈ নিয়া হল।

৫০ তেতিয়া যোচেফে আপোনার বাপেকর মুখর ওপরত মুখ দি পড়ি, কান্দি কান্দি তেওঁক চুমা খালে। [২] পাছে যোচেফে আপোনার বাপেকর মৃত দেহ সুগন্ধিদ্রব্যযুক্ত করি রাখিবলৈ, আপোনার দাস বেজবিলাকক আজ্ঞা দিলে ;

তাতে বেজবিলাকে ইস্রায়েলর দেহ সুগন্ধিদ্রব্য-যুক্ত করিলে। [৩] সিবিলাকে সেই কার্য্যত চল্লিশ দিন নিয়ালে; কিয়নো সেই কার্য্য করিববৈ সিমান দিন লাগে। পাছে মিচরীয়াবিলাকে তেওঁর নিমিত্তে সত্তর দিন শোক করিলে।

যাকোবক মৈদাম দিয়া। যোচেফর মৃত্যু।

[৪] সেই শোকর দিন অতীত হলত, যোচেফে ফরৌণর ঘররবিলাকক কলে, ময় যদি তোমালোকর আগত অনুগ্রহপ্রাপ্ত হৈছোঁ, তেন্তে বিনয় করোঁ, ফরৌণর কাণত এই কথা জনোৱাগৈ, যে, [৫] মোর পিতৃয়ে মোক শপথ করাই কলে, দেখা, ময় এতিয়া মরোঁহে; কনান দেশত ময় মোর নিজর অর্থে খন্দা মৈদামতেই তুমি মোক মৈদাম দিবাগৈ। এতেকে, ময় বিনয় করোঁ, এতিয়া মোর পিতৃক মৈদাম দিববৈ মোক যাব দিওক; পাছে ময় আকৌ ঘূরি আহিম। [৬] তাতে ফরৌণে কলে, যোৱা; তোমার পিতৃয়ে তোমাক শপথ করোৱার দরেই, তুমি তেওঁক মৈদাম দিয়াগৈ। [৭] তেতিয়া যোচেফে আপোনার বাপেকক মৈদাম দিববৈ যাত্রা করিলে; তাতে, ফরৌণর পাত্রমন্ত্রীবিলাক, তেওঁর ঘরর বৃদ্ধবিলাক, মিচর দেশর সকলো বৃদ্ধবিলাক, [৮] যোচেফর আটাই পরিয়াল, তেওঁর ভায়েক-ককায়েকবিলাক, আরু বাপেকর পরিয়ালো তেওঁর লগত গল; কেবল সিবিলাকে আপোনার লরা-তিরুতাবিলাক আরু মের, ছাগ, আরু গরু আদির জাকবোরহে গোচনত এরি গল। [৯] তেওঁর লগত রথ, আরু ঘোঁরাত উঠাবিলাক গল; অতি বৃহৎ দল হল। [১০] পাছে সিবিলাকে গৈ, যর্দ্দনর সিপারে থকা আটদর মরণা মরা ঠাই পাই, সেই ঠাইতে অতিশয় দারুণ মহাবিলাপেরে বিলাপ করিলে; এই রূপে তেওঁ আপোনার বাপেকর নিমিত্তে সাত দিনলৈকে শোক করিলে। [১১] তাতে, সেই দেশ-নিবাসী কনানীয়াহঁতে সিবিলাকক আটদর মরণা মরা ঠাইত এই রূপে শোক করা দেখি কলে, মিচরীয়াবিলাকর এয়ে অতি দারুণ শোক; এই হেতুকে যর্দ্দনর সিপারে থকা সেই ঠাই আবেল-মিস্রয়িম [মিচরীয়াবিলাকর শোক] নামেরে প্রখ্যাত হল। [১২] পাছে যাকোবে আপোনার পুত্রবিলাকক আজ্ঞা দিয়ার দরেই, সিবিলাকে তেওঁলৈ করিলে; [১৩] কিয়নো তেওঁর পুত্রবিলাকে তেওঁক কনান দেশলৈ নি, মম্রির সম্মুখত থকা মকপেলার পথারর যি গুহা অব্রাহামে পথারে সৈতে মৈদামর অধিকারর অর্থে হিত্তীয়া ইফ্রোণর পরা কিনি লৈছিল, সেই গুহাতে সিবিলাকে তেওঁক মৈদাম দিলে।

[১৪] বাপেকক মৈদাম দিয়ার পাছে, যোচেফ আরু তেওঁর ভায়েক-ককায়েকবিলাক, আরু বাপেকক মৈদাম দিববৈ তেওঁর লগত যোৱা সকলো লোক মিচর দেশলৈ উভটি আহিল। [১৫] পাছে যোচেফর ককায়েকবিলাকে আপোনার বাপেকর মৃত্যু হোৱা দেখি কোৱাকুই করিলে, বোলে, যোচেফে কিজানি আমাক ঘিণ করি, আমি তাক যি যি দুর্গতি করিছিলোঁ, তার প্রতিফল আমাক দিব। [১৬] তাতে সিবিলাকে যোচেফলৈ কৈ পঠালে, বোলে, তোমার পিতৃয়ে তেওঁর মৃত্যুর আগৈয়ে এই আদেশ দিছিল, যে, [১৭] তোমালোকে যোচেফক এই দরে কবা, বিনয় করোঁ, তুমি আপোন ককায়েরাহঁতর অগর, আরু সিবিলাকর পাপ ক্ষমা করা; কিয়নো সিবিলাকে তোমাক দুর্গতি করিছিল। এতেকে, আমি এতিয়া বিনয় করোঁ, আপুনি আপোন পিতৃর ঈশ্বরর দাসবিলাকর দোষ ক্ষমা করোক। তাতে, সিবিলাকে যোচেফলৈ এই কথা কৈ পঠোৱাত, তেওঁ কান্দি পেলালে। [১৮] তার পাছে তেওঁর ককায়েকবিলাকো গৈ, তেওঁর আগত পড়ি কলে, দেখোক, আমি আপোনারেই বন্দী। [১৯] তেতিয়া যোচেফে সিবিলাকক কলে, ভয় নকরিবা; কিয়নো, ময় জানো ঈশ্বরর প্রতিনিধি? [২০] তোমালোকে মোর বিরুদ্ধে অনিষ্টর কল্পনা করিছিলা হয়, কিন্তু এতিয়া যি রূপে দেখিছা, সেই রূপে অনেক লোকর প্রাণ রক্ষা করা কার্য্য সিদ্ধ করিবর অভিপ্রায়েরে, ঈশ্বরে তাক মঙ্গলর কল্পনা করিলে। [২১] এতিয়া তোমালোকে ভয় নকরিবা; ময় তোমালোকক আরু তোমালোকর লরা-তিরুতাবিলাককো প্রতিপালন করিম; তেওঁ এই রূপে সিবিলাকক সান্ত্বনা করিলে, আরু মরমর কথা কলে।

[২২] পাছে যোচেফ আরু তেওঁর পিতৃ-বংশই

মিচর দেশতে নিবাস করি থাকিল। আরু যোচেফ এশ দহ বছর জীয়াই থাকি, [23] ইফ্রয়িমর পরিনাতিলৈকে দেখিবলৈ পালে, আরু মনচিরো পুতেক মাখীরর সন্তানবিলাক জন্মিলত, তেওঁ কোলাত লবলৈ পালে। [24] পাছে যোচেফে আপোনার ভায়েক-ককায়েকবিলাকক কলে, ময় এতিয়া মরোঁহে; কিন্তু ঈশ্বরে তোমালোকলৈ অবশ্যে দৃষ্টি করি, অব্রাহাম, ইচহাক, আরু যাকোবর আগত যি দেশ দিম বুলি শপথ করিছিল, সেই দেশলৈ তোমালোকক এই দেশর পরা লৈ যাব। [25] পাছে যোচেফে ইস্রায়েলর সন্তানবিলাকক শপথ করাই কলে, ঈশ্বরে অবশ্যে তোমালোকলৈ দৃষ্টি করিব; তেতিয়া তোমালোকে ইয়ার পরা মোর অস্থি লৈ যাবা। [26] এই রূপে যোচেফ এশ দহ বছর বয়সত মরিল; পাছে তেওঁক সুগন্ধিদ্রব্যযুক্ত করি, মিচরত এটা পেরাত ভরাই রখা হল।

---

# যাত্রাপুস্তক।

## অর্থাৎ।

## মোচিয়ে লিখা দ্বিতীয় পুস্তক।

---

### ইস্রায়েলর সন্তানবিলাকর বৃদ্ধি।

**১** যাকোবর লগত, ইস্রায়েলর যিবিলাক পুত্রই আপোন আপোন পরিয়াল লৈ মিচর দেশলৈ আহিছিল, সিবিলাকর নাম এই এই; [2] রূবেণ, চিমিয়োন, লেবী, আরু যিহূদা; [3] ইচাখর, জবূলূন, আরু বিন্যামীন; [4] দান আরু নপ্তালী; গাদ আরু আচের। [5] যাকোবর পরা উৎপন্ন হোৱা প্রাণী সর্ব্বমোট সত্তর জন; যোচেফ হলে মিচরতেই আছিল। [6] পাছে যোচেফ, তেওঁর ভায়েক-ককায়েকবিলাক, আরু সেই কালর সকলো লোক মরিল। [7] তার পাছে ইস্রায়েলর সন্তানবিলাক বহুবংশ হৈ অতিশয় অধিক হল, আরু বাঢ়ি বাঢ়ি অতিশয় বলবন্ত হল; তাতে সিবিলাকেরেই দেশ পরিপূর্ণ হল।

### ইস্রায়েলর সন্তানবিলাকে উপদ্রর পোৱা।

[8] সেই কালত মিচরর ওপরত, যোচেফক নজনা এনে এজন নতুন রজা হল। [9] তেওঁ আপোনার প্রজাবিলাকক কলে, দেখা, ইস্রায়েল জাতি আমাতকৈ সরহ আরু বলবন্ত। [10] আহাঁ, আমি সিহঁতর লগত টেঙরালিরূপে ব্যরহার করোঁহঁক; তেনে নকরিলে, সিহঁত আরু বাঢ়িব; তাতে, কোনো যুদ্ধ হলে, সিহঁতেও আমার শত্রুবোরর লগত যোগ হৈ, আমারে সৈতে যুদ্ধ করিব, আরু দেশর পরা ওলাই যাব। [11] এই হেতুকে, মিচরীয়াহঁতে সিবিলাকক ভার বোৱাই দুঃখ দিবর নিমিত্তে, সিবিলাকর ওপরত কার্য্যাধ্যক্ষ নিযুক্ত করিলে। পাছে সিবিলাকে ফরৌণর নিমিত্তে পিথোম আরু রামিচেচ নামেরে, শস্য সাঁচি থোৱা দুখন নগর নির্ম্মাণ করিলে। [12] কিন্তু সিবিলাকক যিমানকৈ দুঃখ দিলে, সিবিলাক সিমানকৈ বৃদ্ধি পাবলৈ আরু ব্যাপ্ত হবলৈ ধরিলে। তাতে, ইস্রায়েলর সন্তানবিলাকর পরা মিচরীয়াহঁতে অতিশয় ভয় পাই, [13] ইস্রায়েলর সন্তানবিলাকক নির্দ্দয়ারূপে বন্দীকাম করাই, [14] বোকা, ইটা, আরু পথারর সকলো বিধর টান কামর দ্বারায় সিবিলাকর জীবনত তিতা লগালে; সিহঁতে সিবিলাকক

যি যি বন্দীকাম কৰাইছিল, সেই সকলোকে নির্দ্দয়ৰূপে কৰাইছিল।

[১৫] পাছে মিচৰৰ ৰজাই চিফ্ৰা আৰু পুৱা নামেৰে দুজনী ইব্ৰীয়া ধাত্ৰীক কলে, [১৬] যি সময়ত তহঁতে ইব্ৰীয়া তিৰুতাবিলাকক প্ৰসব কৰাব, আৰু প্ৰসবৰ আসনত দেখ, তেতিয়া লৰা হলে তাক বধ কৰিবি, ছোৱালী হলে তাই জীয়াই থাকিব। [১৭] কিন্তু ধাত্ৰী দুজনীয়ে ঈশ্বৰলৈ ভয় কৰি, মিচৰৰ ৰজাৰ আজ্ঞামতে নচলি, লৰাবিলাকক জীয়াই ৰাখিলে। [১৮] তাতে মিচৰৰ ৰজাই ধাত্ৰী দুজনীক মতাই নি কলে, তহঁতে এনে কাম কিয় কৰিলি? লৰাবোৰক নো কিয় জীয়াই ৰাখিলিহঁক? [১৯] তেতিয়া ধাত্ৰী দুজনীয়ে ফৰৌণক কলে, ইব্ৰীয়া তিৰুতাবিলাক মিচৰীয়া তিৰুতাবিলাকৰ নিচিনা নহয়; কিয়নো সিহঁত বলী, আৰু সিহঁতৰ ওচৰলৈ ধাত্ৰী যোৱাৰ পূর্ব্বেই, সিহঁতে প্ৰসব কৰে। [২০] পাছে ঈশ্বৰে সেই ধাত্ৰী দুজনীৰ মঙ্গল কৰিলে; আৰু লোকবিলাক বৃদ্ধি পাই অতিশয় বলৱন্ত হল। [২১] ধাত্ৰী দুজনীয়ে ঈশ্বৰলৈ ভয় কৰা হেতুকে, তেওঁ সিহঁতৰ বংশ বৃদ্ধি কৰিলে। [২২] পাছে ফৰৌণে আপোনাৰ সকলো প্ৰজাকে এই আজ্ঞা কৰি কলে, তোমালোকে নতুনকৈ জন্মা প্ৰত্যেক লৰাক নদীত পেলাই দিবা, কিন্তু প্ৰতিজনী ছোৱালীক হলে জীয়াই ৰাখিবা।

মোচি জন্ম পাই ডাঙৰ-দীঘল হোৱা।

২ পাছে লেবী বংশৰ এজন মানুহে গৈ, এজনী লেবীয়া ছোৱালী বিয়া কৰিলত, [২] সেই তিৰুতা গৰ্ভৱতী হৈ এটা পুত্ৰ প্ৰসব কৰিলে; তাই তাক সুৱনী দেখি, তিনি মাহ লুকুৱাই ৰাখিছিল। [৩] কিন্তু আৰু লুকুৱাই ৰাখিব নোৱাৰি, নলেৰে সজা জপা এটা লৈ, তাক শিলাজতু আৰু এঁঠাৰে এঁঠাই, তাত লৰাটী সুমুৱাই, নদীৰ কাষৰত নলনিত থলেগৈ। [৪] আৰু তাৰ নো কি দশা ঘটে, তাকে জানিবৰ নিমিত্তে, তাৰ বায়েক দূৰৈত থিয় হৈ থাকিল। [৫] পাছে ফৰৌণৰ জীয়েকে নদীত গা ধুবলৈ নামি গৈছিল, আৰু তেওঁৰ লিগিৰীবিলাক নদীৰ তীৰত ফুৰিছিল; এনেতে তেওঁ নলনিৰ মাজত সেই জপাটো দেখি, আপোনাৰ দাসী এজনীক পঠাই তাক অনালে। [৬] আৰু জপাটো মেলি লৰাটীক দেখিলে; আৰু দেখা, লৰাটীয়ে কান্দিবলৈ ধৰিলে; তাতে তেওঁৰ মৰম লাগি তেওঁ কলে, ই ইব্ৰীয়াহঁতৰ লৰা। [৭] তেতিয়া তাৰ বায়েকে ফৰৌণৰ জীয়েকক কলে, আপোনাৰ নিমিত্তে এই লৰাক পিয়াহ খুৱাই তুলিবলৈ, পিয়াহ দিয়া এজনী ইব্ৰীয়া তিৰুতাক ময় আপোনাৰ নিমিত্তে মাতি আনিমগৈ নে? [৮] তাতে ফৰৌণৰ জীয়েকে কলে, যোৱা; তেতিয়া সেই ছোৱালীয়ে লৰাৰ মাকক মাতি নিলেগৈ। [৯] পাছে ফৰৌণৰ জীয়েকে তাইক কলে, তুমি এই লৰাটী নি, মোৰ নিমিত্তে পিয়াহ খুৱাই তোলাগৈ; ময় তোমাক দৰমহা দিম; তাতে সেই তিৰুতাই লৰাটী নি, পিয়াহ খুৱাই তুলিলেগৈ। [১০] পাছে লৰাটী বুজন হলত, তাই তাক ফৰৌণৰ জীয়েকৰ ওচৰলৈ নিলে, আৰু সি তেওঁৰ পুত্ৰ হল; পাছে তেওঁ তাৰ নাম মোচি ৰাখি কলে, ইহাৰ নাম মোচি; কিয়নো ময় ইয়াক পানীৰ পৰা তুলি আনিলোঁ।

[১১] কালক্ৰমে, মোচি ডাঙৰ হলত, এদিন তেওঁ আপোন ভাইবিলাকৰ ওচৰলৈ ওলাই গৈ, সিবিলাকৰ ভাৰ বোৱালৈ চাই দেখিলে, যে, আপোনাৰ ভাইবিলাকৰ মাজৰ এজন ইব্ৰীয়াক এজন মিচৰীয়াই মাৰিছে। [১২] তেতিয়া, মোচিয়ে ইফালে সিফালে চাই কাকো নেদেখি, সেই মিচৰীয়াটোক বধ কৰি বালিত পুতি থলে। [১৩] তাৰ পাছদিনাও তেওঁ ওলাই গৈ, দুজন ইব্ৰীয়াক বিবাদ কৰা দেখি, দোষী জনক কলে, তোমাৰ ভাইক কিয় মাৰিছা? [১৪] তাতে সি কলে, আমাৰ ওপৰত তোক কোনে অধিপতি আৰু সোধাৰু পাতিছে? সেই মিচৰীয়াটোক যেনেকৈ তয় বধ কৰিলি, তেনেকৈ মোকো বধ কৰিব খুজিছ নে কি? তাতে মোচিয়ে ভয় পাই মনতে কলে, স্বৰূপেই সেই কথাটো জনাজাত হল। [১৫] পাছে ফৰৌণে সেই কথা শুনি মোচিক বধ কৰিবলৈ উপায় কৰাত, তেওঁ ফৰৌণৰ আগৰ পৰা পলাই, মিদিয়ন দেশত বাস কৰিবলৈ গৈ, এটা নাদৰ ওচৰত বহিল। [১৬] মিদিয়নীয়া পুৰোহিতৰ সাত জনী জীয়েক আছিল; সিবিলাকে তালৈ আহি, বাপেকৰ মেৰৰ জাকক পানী খুৱাবলৈ, পানী তুলি যোল-

নিও তরাইছিল। [১৭] তাতে মের-রখীয়াবিলাকে সিবিলাকক খেদাবলৈ ধরিলেহি; কিন্তু মোচিয়ে উঠি সিবিলাকক রক্ষা করিলে, আরু সিবিলাকর মের-জাককো পানী খুৱালে। [১৮] পাছে সিবিলাকে আপোনাবিলাকর বাপেক রূৱেলর ওচরলৈ গলত, তেওঁ সিবিলাকক সুধিলে, তহঁতে আজি নো কেনেকৈ ইমান সোনকালে আহিলিহঁক? [১৯] তেতিয়া সিবিলাকে কলে, এজন মিচরীয়া মানুহে রখীয়াবিলাকর হাতর পরা আমাক রক্ষা করিলে; তাত বাজে তেওঁ আমার নিমিত্তে পানী তুলি মের-জাকক খুৱালে। [২০] তেতিয়া তেওঁ আপোনার জীয়েকহঁতক সুধিলে, তেওঁ ক'ত? তহঁতে সেই পুরুষক কিয় এরি আহিলি? মাতি আন্গৈ; তেওঁ আহার করোক্হি। [২১] পাছে মোচিয়ে সেই মানুহর লগতে থাকিবলৈ মান্তি হলত, তেওঁ আপোনার জীয়েক চিপ্পোরাক মোচির লগত বিয়া দিলে। [২২] পাছে সেই তিরুতাই এটী পুত্র প্রসব করিলত, মোচিয়ে তার নাম গের্চোম [ইয়াত প্রবাসী] রাখিলে; কিয়নো তেওঁ কলে, ময় বিদেশত প্রবাসী হৈ আছোঁ।

ঈশ্বরে মোচিক আমন্ত্রণ করা।

[২৩] বহু কালর পাছে, মিচরর রজার মৃত্যু হল। পাছে, ইস্রায়েলর সন্তানবিলাকে বন্দীকামর নিমিত্তে হুমুনিয়াহ ছারি কাতরোক্তি করিবলৈ ধরিলে; তাতে বন্দীকামর নিমিত্তে করা সিবিলাকর সেই কাতরোক্তি ঈশ্বরলৈ উঠিল। [২৪] তেতিয়া ঈশ্বরে সিবিলাকর কেঁকনি শুনি, অব্রাহাম, ইচ্হাক, আরু যাকোবর লগত করা আপোন নিয়মটী সুঁৱরিলে; [২৫] আরু ইস্রায়েলর সন্তানবিলাকলৈ দৃষ্টি করি, সিবিলাকর বুজবিচার ললে।

৩ পাছে মোচিয়ে মিদিয়নীয়া পুরোহিত যিথ্রো নামেরে আপোন শহুরেকর মেরর জাক চরাওঁতে, এদিন তেওঁ অরণ্যর পাছফালেদি মের-জাকক নি, হোরেব নামেরে ঈশ্বরর পর্ব্বত পালেগৈ। [২] তেতিয়া যিহোবার দূতে এটা জোপার মাজর পরা অগ্নিশিখাত তেওঁক দর্শন দিলে; তাতে তেওঁ চাই দেখিলে, যে, জোপাটোত জুই জ্বলিছে, তথাপি জোপাটো পোরা নাই। [৩] তাতে মোচিয়ে কলে, জোপাটো নো কিয় পোরা নাই, এই মহৎ দর্শন ময় একলীয়া হৈ গৈ চাওঁগৈছোন। [৪] কিন্তু চাবর নিমিত্তে, তেওঁক যেতিয়া যিহোবাই একলীয়া হৈ যোৱা দেখিলে, তেতিয়া জোপার মাজর পরা ঈশ্বরে তেওঁক মাতি কলে, হে মোচি, হে মোচি; তেওঁ কলে, দেখোক, ময় আছোঁ। [৫] পাছে যিহোবাই কলে, ইয়ালৈ চাপি নাহিবা; তোমার ভরির পরা জোতা সোলোকোৱা, কিয়নো তুমি যি ঠাইত থিয় হৈ আছা, সেয়ে পবিত্র ভূমি। [৬] তেওঁ আরু কলে, ময় তোমার ওপর-পিতৃবিলাকর ঈশ্বর, অব্রাহাম, ইচ্হাক, আরু যাকোবর ঈশ্বর। তাতে মোচিয়ে আপোন মুখ ঢাকিলে; কিয়নো তেওঁ ঈশ্বরলৈ চাবলৈ ভয় করিলে। [৭] পাছে যিহোবাই কলে, মিচরত থকা মোর প্রজাবিলাকর দুঃখলৈ ময় নিশ্চয়ে দৃষ্টি করিছোঁ, আরু কার্য্যাধ্যক্ষবিলাকর কারণে করা সিবিলাকর কাতরোক্তি শুনিছোঁ; কিয়নো সিবিলাকর যাতনা ময় জানিছোঁ। [৮] এতেকে, ময় সিবিলাকক মিচরীয়াবিলাকর হাতর পরা উদ্ধার করিবলৈ, আরু সেই দেশর পরা উলিয়াই, দুগ্ধ মধু বৈ থকা এখন উত্তম আরু বহল দেশলৈ, কনানীয়া, হিত্তীয়া, ইমোরীয়া, পরিজ্জীয়া, হিব্বীয়া, যিবূচীয়া, এইবিলাকর ঠাইলৈ নিবলৈ ময় নামি আহিলোঁ। [৯] এতিয়া দেখা, ইস্রায়েলর সন্তানবিলাকর কাতরোক্তি মোর ওচরলৈ আহিল; আরু মিচরীয়াবিলাকে সিবিলাকক যি উপদ্রৱেরে উপদ্রব করিছে, তাকো ময় দেখিছোঁ। [১০] এই হেতুকে, এতিয়া আহাঁ, মোর প্রজা ইস্রায়েলর সন্তানবিলাকক মিচরর পরা উলিয়াই আনিবলৈ, ময় তোমাক ফরৌণর ওচরলৈ পঠাওঁ। [১১] তাতে মোচিয়ে ঈশ্বরক কলে, ময় নো কোন, যে, ফরৌণর ওচরলৈ গৈ, ইস্রায়েলর সন্তানবিলাকক মিচরর পরা উলিয়াই আনিম? [১২] পাছে তেওঁ কলে, ময় অবশ্যে তোমার সঙ্গী হম; আরু ময়েই যে তোমাক পঠালোঁ, ইয়ার চিন তোমালৈ এয়ে হব, যে, তুমি মিচরর পরা লোকবিলাকক উলিয়াই আনিলে, তোমালোকে এই পর্ব্বততে ঈশ্বরর ভজনা করিবা। [১৩] পাছে মোচিয়ে ঈশ্বরক কলে, দেখোক, ময় ইস্রায়েলর সন্তানবিলাকর ওচরলৈ গৈ, সিবিলাকক যেতিয়া

এই কথা সুধিম, যে, তোমালোকর ওপর-পিতৃবিলাকর ঈশ্বরে মোক তোমালোকর ওচরলৈ পঠালে, তেতিয়া সিবিলাকে তেওঁর নাম কি বুলি যদি সোধে, তেন্তে মই সিবিলাকক কি উত্তর দিম? [14] তেতিয়া ঈশ্বরে মোচিক কলে, মই যি আছোঁ, সেয়েই আছোঁ। তেওঁ আরু কলে, ইস্রায়েলর সন্তানবিলাকক এই রূপে কবা, "আছোঁ" জনাই মোক তোমালোকর ওচরলৈ পঠালে। [15] ঈশ্বরে পুনরায় মোচিক কলে, তুমি ইস্রায়েলর সন্তানবিলাকক এই রূপে কবা, যে, তোমালোকর ওপর-পিতৃবিলাকর ঈশ্বরে, অব্রাহাম, ইচ্হাক, আরু যাকোবর ঈশ্বর যিহোৱাই মোক তোমালোকর ওচরলৈ পঠালে; এয়ে মোর সদাকালর নাম, আরু ইয়ার দ্বারায় পুরুষানুক্রমে মই সোঁৱরণীয় হম। [16] তুমি গৈ ইস্রায়েলর বৃদ্ধ লোকবিলাকক গোটাই, সিবিলাকর আগত এই কথা কবা, যে, তোমালোকর ওপর-পিতৃবিলাকর ঈশ্বরে, অব্রাহাম, ইচ্হাক, আরু যাকোবর ঈশ্বর যিহোৱাই মোক দর্শন দি কলে, মই তোমালোকর বুজ-বিচার ললোঁ, আরু মিচরত তোমালোকলৈ যি যি করা হৈছে, তালৈ দৃষ্টি করিলোঁ। [17] এই হেতুকে মই কলোঁ, মিচর দেশত পোৱা দুঃখর পরা তোমালোকক উদ্ধার করি, কনানীয়া, হিত্তীয়া, ইমোরীয়া, পরিজ্জীয়া, হিব্বীয়া, আরু যিবূচীয়াবিলাকর দেশলৈ, দুগ্ধ মধু বৈ থকা দেশলৈ মই তোমালোকক লৈ যাম। [18] তাতে সিবিলাকে তোমার কথা শুনিব; তেতিয়া, তুমি আরু ইস্রায়েলর বৃদ্ধ লোকবিলাকে মিচরর রজার ওচরলৈ গৈ, তেওঁক এই কথা কবা, যে, ইব্রীয়াবিলাকর ঈশ্বর যিহোৱা আমার আগত সাক্ষাৎ হল; এই হেতুকে, বিনয় করোঁ, আমার ঈশ্বর যিহোৱার উদ্দেশে বলিদান করিবর নিমিত্তে, আমাক তিন দিনর বাট অরণ্যর ভিতরলৈ যাবলৈ আজ্ঞা দিওক। [19] কিন্তু মই জানো, মিচরর রজাই তোমালোকক যাবলৈ নিদিব; বাহুবল দেখুৱালেও নিদিব। [20] পাছে মই আপোন হাত মেলি, দেশর মাজত মোর করিব লগীয়া সকলো আশ্চর্য্যিত কর্ম্মেরে মিচর দেশক আঘাত করিম; তেতিয়াহে তেওঁ তোমালোকক এরি দিব। [21] আরু মই মিচরীয়াবিলাকর পরা সেই লোকবিলাকক অনুগ্রহপ্রাপ্ত করিম। তাতে, তোমালোকে যোৱা কালত শুদা-হাতে যাবলৈ নেপাবা; [22] কিন্তু প্রতিজনী তিরুতাই আপোন আপোন ওচর-চুবুরীয়ানীর, আরু আপোন ঘরত প্রবাসী হৈ থকা তিরুতার পরাও রূপ আরু সোণর অলঙ্কার আরু বস্ত্র খুজি লব; আরু তোমালোকে সেইবোর আপোন আপোন লরা-ছোৱালীর গাত পিন্ধাবা; এই রূপে তোমালোকে মিচরীয়াবিলাকক লুট করা যেন করিবা।

**৪** তাতে মোচিয়ে উত্তর করি কলে, কিন্তু দেখোক, সিবিলাকে মোক প্রত্যয় নকরিব, আরু মোর কথাও নুশুনিব; কিয়নো সিবিলাকে কব, যিহোৱাই তোমাক দর্শন দিয়া নাই। [2] তেতিয়া যিহোৱাই তেওঁক কলে, তোমার হাতত সেই ডাল কি? তেওঁ কলে, লাখুটি। [3] পাছে তেওঁ কলে, তাক মাটিত পেলোৱা। তাতে, তেওঁ তাক মাটিত পেলালত, সেয়ে সাপ হল; আরু মোচি তার আগর পরা পলাল। [4] তেতিয়া যিহোৱাই মোচিক কলে, সিবিলাকর ওপর-পিতৃবিলাকর ঈশ্বরে, অব্রাহাম, ইচ্হাক, আরু যাকোবর ঈশ্বর যিহোৱাই যে তোমাক দর্শন দিলে, ইয়াক সিবিলাকে প্রত্যয় করিবর নিমিত্তে, [5] তুমি আপোন হাত মেলি তার নেগুরত ধরা; তাতে তেওঁ আপোন হাত মেলি তাক ধরিলত, সেয়ে তেওঁর হাতত লাখুটি হল। [6] আরু যিহোৱাই তেওঁক পুনরায় কলে, তুমি আপোন হাত বুকত দিয়া। তাতে তেওঁ হাতখন বুকত দি উলিয়ালত, দেখিলে, যে, তেওঁর হাত কুষ্ঠ রোগেরে হিমর নিচিনা বগা। [7] পাছে তেওঁ কলে, তুমি আপোনার হাত পুনরায় বুকত দিয়া। (তেতিয়া তেওঁ আপোন হাত পুনরায় বুকত দি বুকর পরা উলিয়ালত, দেখিলে, যে, সেয়ে গার আন মঙহর নিচিনা।) [8] তাতে, সিবিলাকে যদি তোমাক প্রত্যয় নকরে, আরু সেই প্রথম চিনকো নেমানে, তেন্তে পাছর চিনত প্রত্যয় করিব। [9] আরু এই দুই চিনতো যদি সিবিলাকে প্রত্যয় নকরে, আরু তোমার কথাও নুশুনে, তেন্তে তুমি নদীর পরা কিছু পানী লৈ বামত ঢালিবা; তাতে, তুমি নদীর পরা লোৱা সেই পানীয়েই বামত তেজ হব। [10] তেতিয়া মোচিয়ে যিহোৱাক কলে, হে মোর প্রভো, মিনতি করিছোঁ, মই বাক্পটু

নহওঁ ; ইয়ার পুর্ব্বে, বা আপোন দাসক আপুনি কথা কোৱার পাছতো নহওঁ ; কিয়নো মোর মুখ আরু জিবাও গধুর। ১১ তাতে যিহোৱাই মোচিক কলে, মানুহর মুখ কোনে নির্ম্মাণ করিলে ? বোবা বা কলা, নাইবা চকু থকা বা অন্ধ কোনে করে ? ময় যিহোৱাই জানো তাক নকরোঁ ? ১২ এতেকে এতিয়া তুমি যোৱা ; ময় তোমার মুখর সহায় হৈ, তুমি কব লগীয়া কথা তোমাক শিকাম। ১৩ তাতে তেওঁ কলে, হে মোর প্রভো, ময় বিনয় করোঁ, যার হতুৱাই পঠাবর ইচ্ছা, তার হতুৱাই পঠাওক। ১৪ তেতিয়া মোচিলৈ যিহোৱার ক্রোধ প্রজ্বলিত হল ; আরু তেওঁ কলে, তোমার ককায়েরা লেবীয়া হারোণ আছে নহয় ? ময় জানো, তেওঁ ভালকৈ কথা কব পারে। আরু দেখা, তেওঁ তোমার লগ পাবলৈ আহিছেও ; আরু তেওঁ তোমাক দেখিলে, তেওঁর মনত আনন্দ হব। ১৫ তুমি তেওঁক কবা, আরু বাক্য তেওঁর মুখত দিবা ; আরু ময় তোমার ও তেওঁরো মুখর সহায় হৈ, কি করিব লাগিব, তাক তোমালোকক জনাম। ১৬ তেওঁ লোকবিলাকর আগত তোমার সলনি কথা কওঁতা হব ; তেওঁ তোমার মুখস্বরূপ হব, আরু তুমি তেওঁর ঈশ্বরস্বরূপ হবা। ১৭ এই লাখুটিডাল তুমি আপোন হাতত লবা ; ইয়ারেই তুমি সেই চিন দেখুৱাবা।

মোচি মিচর দেশলৈ উভটি যোৱা।

১৮ পাছে মোচিয়ে আপোন শহুরেক যিথ্রোর ওচরলৈ উভটি গৈ, তেওঁক কলে, ময় বিনয় করোঁ, মিচরত থকা মোর ভাইবিলাক এতিয়ালৈকে জীয়াই আছে নে নাই, তাক চাবর নিমিত্তে সিবিলাকর ওচরলৈ উভটি যাবলৈ মোক বিদায় দিওক ; তাতে যিথ্রোৱে মোচিক কলে, বারু, কুশলে যোৱা। ১৯ আরু যিহোৱাই মিদিয়নতে মোচিক কলে, তুমি মিচরলৈ উভটি যোৱা ; কিয়নো যিবোর মানুহে তোমার প্রাণ লবলৈ বিচারিছিল, সেই সকলোবোর মরিল। ২০ তেতিয়া মোচিয়ে আপোন নীরা-তিরুতাক এটা গাধত তুলি লৈ, মিচর দেশলৈ উভটি গল ; আরু মোচিয়ে ঈশ্বরর সেই লাখুটিকো আপোন হাতত ললে। ২১ আরু যিহোৱাই মোচিক কৈছিল, তুমি যেতিয়া মিচরলৈ উভটি যাবা, তেতিয়া, ময় তোমার হাতত যি সকলো অদ্ভুত লক্ষণ সমর্পণ করি দিলোঁ, তাক যেন ফরৌণর সাক্ষাতে করিবা, তালৈ সাৱধান হোৱা। কিন্তু ময় তেওঁর মন কঠিন করিম ; তাতে তেওঁ লোকবিলাকক এরি নিদিব। ২২ আরু তুমি ফরৌণক কবা, যিহোৱাই এই রূপে কৈছে, ইস্রায়েল মোর পুত্র, মোর জ্যেষ্ঠ পুত্র ; ২৩ ময় তোমাক কলোঁ, মোর সেবা করিবর অর্থে মোর পুত্রক এরি দিয়া ; কিন্তু তাক এরি দিবলৈ তুমি অসম্মত হলা ; এতেকে, দেখা, ময় তোমার পুত্র, তোমার জ্যেষ্ঠ পুত্রকে বধ করিম। ২৪ পাছে, বাটত, রাতি রোৱা ঠাইত, যিহোৱাই তেওঁর ওচরত উপস্থিত হৈ, ২৫ তেওঁক বধ করিব খুজিলত, চিপ্পোরাই এটুকুরা পাথর লৈ আপোন পুত্রর লিঙ্গাগ্র-চর্ম্ম ছেদন করি, তাক তেওঁর ভরিত পেলাই দি কলে, নিশ্চয়ে আপুনি মোর পক্ষে তেজর দ্বারায় পোৱা দরা। ২৬ তাতে, যিহোৱাই তেওঁক এরি দিলত, তাই কলে, চুন্নতর কথাত আপুনি তেজর দ্বারায় পোৱা দরা।

২৭ যিহোৱাই হারোণক কৈছিল, তুমি মোচিয়ে সৈতে সাক্ষাৎ করিবলৈ অরণ্যলৈ যোৱা। তাতে, হারোণে গৈ, ঈশ্বরর পর্ব্বতত তেওঁর লগ ধরি তেওঁক চুমা খালে। ২৮ তেতিয়া, যিহোৱাই মোচিক পঠাওঁতে কোৱা সকলো বাক্য, আরু আজ্ঞা করা আটাই চিনর কথাকো মোচিয়ে হারোণর আগত জনালে। ২৯ পাছে, মোচি আরু হারোণ দুয়ো গৈ, ইস্রায়েলর সন্তানবিলাকর বৃদ্ধ লোকবিলাকক গোট খুৱালত, ৩০ যিহোৱাই মোচিক কোৱা সকলো কথা হারোণে কলে, আরু লোকবিলাকর আগত সেই চিনকো দেখুৱালে। ৩১ তাতে লোকবিলাকে বিশ্বাস করিলে ; আরু যিহোৱাই যে ইস্রায়েলর সন্তানবিলাকর বুজ-বিচার ললে, আরু সিবিলাকর দুঃখলৈ চালে, তাকে শুনি সিবিলাকে মূর দোঁৱাই প্রণিপাত করিলে।

মোচি আরু হারোণ ফরৌণর সাক্ষাৎ হোৱা।
তেওঁবিলাকর বংশাৱলি।

৫ পাছে মোচি আরু হারোণে গৈ ফরৌণক কলে, ইস্রায়েলর ঈশ্বর যিহোৱাই এই রূপে

কৈছে, অৰণ্যত মোৰ উদ্দেশে উৎসৱ কৰিবলৈ, তুমি মোৰ প্ৰজাবিলাকক এৰি দিয়া। ২ তাতে ফৰৌণে কলে, যিহোৱা নো কোন, যে, ময় তেওঁৰ কথা শুনি ইস্ৰায়েলক এৰি দিম? ময় যিহোৱাক নেজানো, আৰু ইস্ৰায়েলকো এৰি নিদিওঁ। ৩ পাছে তেওঁবিলাকে কলে, ইব্ৰীয়াবিলাকৰ ঈশ্বৰ আমাৰ আগত সাক্ষাৎ হল; আমি বিনয় কৰোঁ, তেওঁৰ উদ্দেশে বলিদান কৰিবৰ অৰ্থে আমাক তিনি দিনৰ বাট অৰণ্যৰ ভিতৰলৈ যাবলৈ দিওক; নহলে, আমাৰ ঈশ্বৰ যিহোৱাই আমাক মহামাৰী কি তৰোৱালেৰে আক্ৰমণ কৰিব। ৪ তাতে মিচৰৰ ৰজাই তেওঁবিলাকক কলে, হেৰৌ মোচি আৰু হাৰোণ, তহঁতে লোকবিলাকক কামৰ পৰা কিয় এৰুৱাইছ? তহঁতৰ ভাৰ বোৱা কামলৈ যা। ৫ ফৰৌণে আৰু কলে, দেখ, দেশৰ লোকবিলাক এতিয়া অনেক হৈছে, আৰু তহঁতে সিহঁতৰ ভাৰ বোৱা বন খণ্ডি কৰাইছ। ৬ পাছে ফৰৌণে সেই দিনাই লোকবিলাকৰ কাৰ্য্যাধ্যক্ষ আৰু সিবিলাকৰ দাফাদাৰবিলাকক এই আজ্ঞা দি কলে, ৭ তোমালোকে আগৰ দৰে লোকবিলাকক ইটা কৰিবলৈ নৰা আৰু নিদিবা; সিহঁতে গৈ নিজে নিজে নৰা বিচাৰি লওক। ৮ কিন্তু সিহঁতে আগেয়ে যি পৰিমাণে ইটা কৰিছিল, এতিয়াও সিহঁতক সিমানকৈ কৰোৱা, তাৰ একেৰিও কম নকৰাবা; কিয়নো সিহঁত এলেহুৱা; এই নিমিত্তে, আপোন ঈশ্বৰৰ উদ্দেশে বলিদান কৰিবলৈ আমাক যাবলৈ দিওক বুলি এৰাও কৰিছে। ৯ মানুহবোৰে কামত ব্যস্ত হৈ থাকিবৰ নিমিত্তে, সিহঁতৰ ওপৰত বনৰ ভাৰ আৰু গধুৰ হওক; সিহঁতে মিছা কথাত মন নিদিওক। ১০ পাছে, লোকবিলাকৰ কাৰ্য্যাধ্যক্ষ আৰু সিবিলাকৰ দাফাদাৰবিলাকে ওলাই গৈ সিবিলাকক কলে, ফৰৌণে এই ৰূপে কৈছে, ময় তহঁতক নৰা আৰু নিদিওঁ, ১১ তহঁতে নিজে নিজে যতে পাৱ, তৰে পৰা বিচাৰি লগৈহঁক; কিয়নো তহঁতৰ বন একেৰিও কম কৰা নহব। ১২ তাতে, লোকবিলাকে নৰাৰ সলনি নৰাৰ মুঢ়া বিচাৰি বিচাৰি, গোটেইখন মিচৰ দেশত গোট গোট হল। ১৩ তথাপি কাৰ্য্যাধ্যক্ষবিলাকে খৰখেদা কৰাই কলে, তহঁতে নৰা পাওঁতে যেনেকৈ কৰিছিলি, তেনেকৈ এতিয়াও প্ৰতিদিনৰ নিৰূপিত কাম পূৰ কৰহঁক। ১৪ আৰু ফৰৌণৰ কাৰ্য্যাধ্যক্ষবিলাকে লোকবিলাকৰ ওপৰত ইস্ৰায়েল-বংশীয় যি দাফাদাৰবিলাক পাতিছিল, সিবিলাকো প্ৰহাৰিত হল; আৰু সিবিলাকক দাই ধৰি সুধিলেও, আজিকালি নো তহঁতে আগৰ দৰে কিয় নিৰূপিত ইটা পূৰ কৰোৱা নাই? ১৫ তাতে ইস্ৰায়েল-বংশীয় দাফাদাৰবিলাকে গৈ, ফৰৌণৰ আগত কাকুতি কৰি কলে, আপোনাৰ বন্দীহঁতলৈ আপুনি কিয় এনে ব্যৱহাৰ কৰিছে? ১৬ আপোনাৰ বন্দীহঁতক নৰা নিদিয়ে; তথাপি ইটা কৰ কৰ বুলি সিবিলাকে আমাক কয়; আৰু দেখোক, আপোনাৰ এই বন্দীহঁত প্ৰহাৰিতো হৈছোঁ; কিন্তু দোষ হলে আপোনাৰ লোকবিলাকৰহে। ১৭ তাতে তেওঁ কলে, তহঁত এলেহুৱা, তহঁত এলেহুৱা; এই নিমিত্তেহে কৱ, আমাৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে বলিদান কৰিবলৈ আমাক যাবলৈ দিওক। ১৮ এতেকে এতিয়া গুচি যা, কাম কৰি থাক্‌গৈ; কিন্তু নৰা হলে তহঁতক আৰু দিয়া নহব, তথাপি লেখ পূৰাই ইটা দিব লাগিব। ১৯ তাতে, তহঁতে প্ৰতিদিনৰ নিৰূপিত ইটাৰ অলপো কম নকৰিবি বুলি কোৱা এই কথাতে, ইস্ৰায়েল-বংশীয় দাফাদাৰবিলাকে আপোনাবিলাকক টানত পৰা দেখিলে। ২০ পাছে, সিবিলাকে ফৰৌণৰ আগৰ পৰা ওলাই আহোঁতে, সিবিলাকলৈ বাট চাই থিয় হৈ থকা মোচি আৰু হাৰোণক লগ পাই, ২১ তেওঁবিলাকক কলে, যিহোৱাই তোমালোকলৈ চকু কৰি দণ্ড দিওক; কিয়নো তোমালোকে ফৰৌণ আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ সাক্ষাতে আমাৰ সুগন্ধ দুৰ্গন্ধ কৰি, আমাৰ প্ৰাণনাশৰ অৰ্থে সিবিলাকৰ হাতত তৰোৱাল দিলা। ২২ তেতিয়া মোচিয়ে যিহোৱাৰ ওচৰলৈ উভটি গৈ তেওঁক কলে, হে প্ৰভো, তুমি এই লোকবিলাকৰ অমঙ্গল কিয় কৰিলা? আৰু মোক বা পঠালা কিয়? ২৩ কিয়নো, যেতিয়াৰে পৰা ময় তোমাৰ নামেৰে ফৰৌণৰ আগত কথা কবলৈ উপস্থিত হলোঁ, তেতিয়াৰে পৰা তেওঁ এই লোকবিলাকৰ অমঙ্গল কৰিছে; আৰু তুমি আপোন প্ৰজাবিলাকক সমূলি উদ্ধাৰ কৰা নাই।

৬ তেতিয়া যিহোৱাই মোচিক কলে, ময় ফৰৌণলৈ যি

কৰিম, তাক তুমি এতিয়া দেখিবলৈ পাবা; কিয়নো, বাহুবল দেখুৱালে, তেওঁ সিবিলাকক এৰি দিব; আৰু বাহুবল দেখুৱালেই, আপোন দেশৰ পৰা সিবিলাকক খেদাই দিব।

[২] পাছে ঈশ্বৰে মোচিয়ে সৈতে কথা হৈ তেওঁক কলে, মই যিহোৱা; [৩] মই অব্ৰাহামৰ আগত, ইচ্হাকৰ আগত, আৰু যাকোবৰ আগতো সৰ্ব্বশক্তিমান ঈশ্বৰ বুলি দৰ্শন দিছিলোঁ, কিন্তু মোৰ যিহোৱা নামৰ দ্বাৰায় মই সিবিলাকক পৰিচয় দিয়া নাই। [৪] তাত বাজে, যি কনান দেশত সিবিলাকে প্ৰবাস কৰিছিল, সিবিলাকৰ সেই প্ৰবাসৰ দেশ দিবলৈ মই সিবিলাকে সৈতে আপোন নিয়মটীও স্থিৰ কৰিলোঁ। [৫] অধিকন্তু, মিচৰীয়াবিলাকে বন্দীকামত লগোৱা ইস্ৰায়েলৰ সন্তানবিলাকৰ কেঁকনি শুনি মোৰ সেই নিয়মটী সুঁৱৰিলোঁ। [৬] এই হেতুকে ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, মই যিহোৱা; মই মিচৰীয়াবিলাকৰ ভাৰ বোৱা কামৰ পৰা তোমালোকক উলিয়াই আনিম, সিহঁতৰ বন্দীকামৰ পৰা তোমালোকক মুক্ত কৰিম, আৰু মেলা বাহু ও মহাদণ্ডেৰে তোমালোকক উদ্ধাৰ কৰিম। [৭] আৰু মই তোমালোকক মোৰ আপোন প্ৰজা কৰি লম, আৰু মই তোমালোকৰ ঈশ্বৰ হম; তাতে, মিচৰীয়াহঁতৰ ভাৰ বোৱা কামৰ পৰা তোমালোকক উলিয়াই আনোতা যি মই, মৱেই যে তোমালোকৰ ঈশ্বৰ যিহোৱা, ইয়াক তোমালোকে জানিবা। [৮] পাছে, যি দেশ অব্ৰাহাম, ইচ্হাক, আৰু যাকোবক দিম বুলি মই হাত দাঙি শপথ কৰিছিলোঁ, সেই দেশলৈ তোমালোকক নিম, আৰু তোমালোকৰ অধিকাৰৰ অৰ্থেও তাক মই তোমালোকক দিম; মৱেই যিহোৱা। [৯] তাতে মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকক সেই ৰূপে কলেগৈ; কিন্তু সিবিলাকে মনৰ অধৈৰ্য্য, আৰু কঠিন বন্দীকামৰ কাৰণে মোচিৰ কথালৈ কাণ নিদিলে।

[১০] পাছে যিহোৱাই মোচিক কলে, [১১] তুমি সোমাই গৈ মিচৰৰ ৰজা ফৰৌণক, আপোন দেশৰ পৰা ইস্ৰায়েলৰ সন্তানবিলাক ওলাই যাবৰ নিমিত্তে, সিবিলাকক এৰি দিবলৈ কোৱাগৈ। [১২] তাতে মোচিয়ে যিহোৱাৰ আগত কলে, দেখা, ইস্ৰায়েলৰ সন্তানবিলাকেই মোৰ কথালৈ কাণ নিদিলে; তেন্তে, অচুন্নৎ ওঁঠেৰে যি মই, মোৰ কথালৈ নো ফৰৌণে কাণ দিব নে? [১৩] এই ৰূপে যিহোৱাই মোচি আৰু হাৰোণক কথা কৈ, ইস্ৰায়েলৰ সন্তানবিলাকক মিচৰ দেশৰ পৰা উলিয়াই নিবৰ অৰ্থে, ইস্ৰায়েলৰ সন্তানবিলাকৰ আগত, আৰু মিচৰৰ ৰজা ফৰৌণৰ আগতো কব লগীয়া কথা কবলৈ সিবিলাকক আদেশ কৰিলে।

[১৪] এইবিলাকেই আপোন আপোন পিতৃবংশৰ মূল মানুহ আছিল; ইস্ৰায়েলৰ জ্যেষ্ঠ পুত্ৰ ৰূবেণৰ সন্তান হনোক, পল্লু, হিস্ৰোণ, আৰু কৰ্ম্মী; এইবিলাক ৰূবেণৰ গোষ্ঠী। [১৫] আৰু চিমিয়োনৰ সন্তান যিমূৱেল; যামীন, ওহদ, যাখীন, চোহৰ, আৰু কনানীয়া তিৰুতাৰ পুতেক চৌল; এইবিলাক চিমিয়োনৰ গোষ্ঠী। [১৬] আপোন আপোন বংশাৱলি অনুসাৰে লেবীৰ সন্তানবিলাকৰ নাম এই, গেৰ্চোন, কহাৎ, আৰু মৰাৰী; লেবীৰ আয়ুষ এশ সাতত্ৰিশ বছৰ হৈছিল। [১৭] আপোন আপোন গোষ্ঠী অনুসাৰে গেৰ্চোনৰ পুত্ৰ লিব্নী আৰু চিমিয়ী। [১৮] আৰু কহাতৰ সন্তান অম্ৰম, যিচ্হৰ, হিব্ৰোণ, আৰু উজ্জীয়েল; কহাতৰ আয়ুষ এশ তেত্ৰিশ বছৰ হৈছিল। [১৯] আৰু মৰাৰীৰ সন্তান মহলী আৰু মূচী। এইবিলাকেই আপোন আপোন বংশাৱলি অনুসাৰে লেবীৰ গোষ্ঠী। [২০] আৰু অম্ৰমে আপোনাৰ পেহিয়েক যোকেবদক বিয়া কৰিলে; আৰু তাই তেওঁলৈ হাৰোণ আৰু মোচিক প্ৰসৱ কৰিলে; অম্ৰমৰ আয়ুষ এশ সাতত্ৰিশ বছৰ হৈছিল। [২১] আৰু যিচ্হৰৰ সন্তান কোৰহ, নেফগ, আৰু জিখ্ৰী। [২২] আৰু উজ্জীয়েলৰ সন্তান মীচায়েল, ইলিচাফন, আৰু চিথ্ৰী। [২৩] আৰু হাৰোণে অম্মীনাদবৰ জীয়েক নহ্চোনৰ ভনীয়েক ইলীচেবাক বিয়া কৰিলে; আৰু তাই তেওঁলৈ নাদব, অবীহু, ইলিয়াজৰ, আৰু ঈথামৰ, এইবিলাকক প্ৰসৱ কৰিলে। [২৪] আৰু কোৰহৰ সন্তান অচীৰ, ইল্কানা, আৰু অবীয়াচফ; এইবিলাকেই কোৰহীয়া গোষ্ঠী। [২৫] আৰু হাৰোণৰ পুত্ৰ ইলিয়াজৰে পূটীয়েলৰ এজনী জীয়েকক বিয়া কৰিলে; আৰু তাই তেওঁলৈ পীনহচক প্ৰসৱ কৰিলে। আপোন আপোন গোষ্ঠী অনুসাৰে এইবিলাকেই লেবীয়াবিলাকৰ পিতৃ-

বংশর মূল মানুহ আছিল। [২৬] এই যি হারোণ আরু মোচি, এওঁবিলাককেই যিহোবাই কৈছিলে, যে, তোমালোকে ইস্রায়েলর সন্তানবিলাকক সৈন্ত-শ্রেণীক্রমে মিচর দেশর পরা বাহির করি আনাগৈ। [২৭] যিবিলাকে মিচরর পরা ইস্রায়েলর সন্তানবিলাকক বাহির করি আনিবর নিমিত্তে মিচরর ফরৌণ রজাক কৈছিলগৈ, তেওঁবিলাকেই এই মোচি আরু হারোণ।

[২৮] মিচর দেশত যিহোবাই মোচিক কথা কোবা কালত, [২৯] যিহোবাই মোচিক কলে, ময় যিহোবা; ময় তোমাক যি যি কথা কওঁ, সেই সকলোকে তুমি মিচরর রজা ফরৌণর আগত কবাগৈ। [৩০] তাতে মোচিয়ে যিহোবার আগত কলে, দেখাক, অচ্ছিন্নৎ ওঁঠেরে যি ময়, মোর ৭ কথালৈ ফরৌণে কিয় কাণ দিব? তেতিয়া যিহোবাই মোচিক কলে, দেখা, ময় ফরৌণর আগত তোমাক ঈশ্বরস্বরূপ করিলোঁ; আরু তোমার ককায়েরা হারোণ তোমার ভাববাদী হব। [২] ময় তোমাক যি যি আজ্ঞা দিওঁ, সেই সকলোকে তুমি কবা; তাতে, ফরৌণে ইস্রায়েলর সন্তানবিলাকক আপোন দেশর পরা যাবর নিমিত্তে এরি দিবলৈ, তোমার ককায়েরা হারোণে তেওঁক কব। [৩] কিন্তু ময় হলে, ফরৌণর মন কঠিন করিম, আরু মিচর দেশত মোর চিন আরু অদ্ভুত লক্ষণ অধিকরূপে প্রকাশ করিম। [৪] তথাপি ফরৌণে তোমালোকর কথা নুশুনিব; তেতিয়া, ময় মিচরর ওপরত হাত দি, মহাদণ্ডেরে মিচর দেশর পরা আপোন সৈন্তসমূহক, আপোন প্রজা ইস্রায়েলর সন্তানবিলাকক বাহির করি আনিম। [৫] এই রূপে ময় মিচরর ওপরলৈ আপোন হাত মেলি, মিচর দেশর পরা ইস্রায়েলর সন্তানবিলাকক বাহির করি আনিলে, ময় যে যিহোবা, তাক মিচরীয়াইঁতে জানিব। [৬] পাছে মোচি আরু হারোণে সেই রূপে করিলে; যিহোবাই আজ্ঞা করার দরেই তেওঁবিলাকে কার্য্য করিলে। [৭] আরু তেওঁবিলাকে ফরৌণক কথা কোবা কালত, মোচির আশী বছর আরু হারোণর তিরাশী বছর বয়স হৈছিল।

চিন দেখুউবা। প্রথম উৎপাত।

[৮] পাছে যিহোবাই মোচি আরু হারোণক কলে, বোলে, [৯] যেতিয়া ফরৌণে তোমালোকক কব, তোমালোকে কোনো অদ্ভুত লক্ষণ দেখুউবা, তেতিয়া তুমি হারোণক কবা, যে, তোমার লাখুটি সাপ হবর নিমিত্তে, তাক ফরৌণর সম্মুখত পেলোবা। [১০] তেতিয়া, হারোণে ফরৌণর ওচরলৈ সোমাই গৈ, যিহোবাই আজ্ঞা দিয়ার দরেই কার্য্য করিলে। হারোণে আপোন লাখুটি ফরৌণর আরু তেওঁর পাত্রমন্ত্রীবিলাকর আগত পেলাই দিলে; তাতে সেয়ে সাপ হল। [১১] তেতিয়া ফরৌণে বিদ্বান আরু মায়াবীবিলাকক মতাই আনিলে; তাতে সেই মিচরীয়া শাস্ত্রজ্ঞবিলাকেও আপোন আপোন মায়াকর্ম্মেরে সেই রূপেই করিলে। [১২] কিয়নো সিহঁতর প্রতিজনে আপোন আপোন লাখুটি পেলাই দিলত, সেইবোরো সাপ হল; কিন্তু হারোণর লাখুটিয়ে সিহঁতর লাখুটিবোর গিলি পেলালে। [১৩] আরু যিহোবাই কোবার দরেই, ফরৌণর মন কঠিন হলত, তেওঁ তেওঁবিলাকর কথা নুশুনিলে।

[১৪] পাছে যিহোবাই মোচিক কলে, ফরৌণর মন গধূর হৈছে, তেওঁ লোকবিলাকক এরি দিবলৈ মান্তি নহয়। [১৫] তুমি রাতিপুবাতে ফরৌণর ওচরলৈ যাবা; দেখা, তেওঁ পানীর ওচরলৈ যাব; তাতে, তুমি তেওঁরে সৈতে সাক্ষাৎ করিবলৈ নদীর কাষরত থিয় হৈ থাকিবাগৈ; আরু যি লাখুটি সাপ হৈছিল, তাকো তোমার হাতত লবা। [১৬] আরু তুমি তেওঁক কবা, ইব্রীয়াবিলাকর ঈশ্বর যিহোবাই আপোনার ওচরলৈ মোক কৈ পঠাইছে, বোলে, অরণ্যত মোর সেবা করিবর অর্থে মোর প্রজাবিলাকক এরি দিয়া; কিন্তু দেখা, তুমি এতিয়ালৈকে শুনা নাই। [১৭] যিহোবাই এই রূপে কৈছে, ময় যে যিহোবা, তাক তুমি ইয়ার দ্বারায় জানিবা; দেখা, ময় আপোন হাতত থকা এই লাখুটিরে নদীর পানীত প্রহার করিম, তাতে সেয়ে তেজ হৈ যাব। [১৮] আরু নদীত থকা মাছবোর মরিব, আরু নদী দুর্গন্ধ হব; তাতে মিচরীয়াবিলাকে নদীর পানী খাবলৈ ঘিণ করিব। [১৯] পাছে যিহোবাই মোচিক কলে, হারোণক এই কথা কোবা, তুমি আপোন লাখুটি লৈ, মিচর দেশর পানীবোরর ওপরলৈ, তার নদী, খাল, বিল, আরু আন আন জলাশয়র ওপরলৈ তোমার হাত

মেলা; তাতে সেই সকলোবোৰৰ পানী তেজ হব; এই ৰূপে গোটেই মিচৰ দেশত কাঠৰ আৰু শিলৰ পাত্ৰতো তেজ হব। [২০] তেতিয়া মোচি আৰু হাৰোণে, যিহোৱাই আজ্ঞা দিয়াৰ দৰেই সেই কাৰ্য্য কৰিলে; তেওঁ লাখুটি দাঙি ফৰৌণ আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ আগতে নদীৰ পানীত প্ৰহাৰ কৰিলে; তাতে নদীৰ সকলো পানী তেজ হল। [২১] আৰু নদীৰ মাছবোৰ মৰিল, আৰু নদী দুৰ্গন্ধ হল; তাতে মিচৰীয়াবিলাকে নদীৰ পানী খাব নোৱাৰিলে; আৰু সেই তেজ গোটেই মিচৰ দেশতে হল। [২২] তেতিয়া মিচৰীয়া শাস্ত্ৰজ্ঞবিলাকেও আপোন আপোন মায়াকৰ্ম্মেৰে সেই ৰূপেই কৰিলে; তাতে, যিহোৱাই কোৱাৰ দৰে ফৰৌণৰ মন কঠিন হলত, তেওঁ তেওঁবিলাকৰ কথা নুশুনিলে। [২৩] পাছে ফৰৌণে ইয়াতো মন নিদি, আপোন ঘৰলৈ উলটি গল। [২৪] আৰু আটাই মিচৰীয়াবিলাকে নদীৰ পানী খাব নোৱৰাত, খোৱা পানী পাবৰ আশাৰে, সিহঁত সকলোৱে নদীৰ ইফালে সিফালে গাঁত খানিলে। [২৫] পাছে যিহোৱাই নদী প্ৰহাৰ কৰাৰ পৰা সাত দিন পূৰ হল।

দ্বিতীয়, তৃতীয়, আৰু চতুৰ্থ উৎপাত।

৮ পাছে যিহোৱাই মোচিক কলে, তুমি ফৰৌণৰ ওচৰলৈ সোমাই গৈ, তেওঁক কোৱাগৈ, যে, যিহোৱাই এই ৰূপে কৈছে, মোৰ সেৱা কৰিবৰ অৰ্থে মোৰ প্ৰজাবিলাকক এৰি দিয়া। [২] যদি এৰি দিবলৈ তুমি মান্তি নোহোৱা, তেন্তে ময় বেঙেৰে তোমাৰ আটাই অঞ্চলত উপদ্ৰৱ কৰিম। [৩] নদী বেঙেৰে পৰিপূৰ্ণ হব; সেইবোৰ উঠি তোমাৰ ঘৰত, তোমাৰ শোৱা খোঁটালিত, তোমাৰ শয্যাত, আৰু তোমাৰ পাত্ৰমন্ত্ৰীবিলাকৰ ঘৰত সোমাব, তোমাৰ প্ৰজাবিলাকৰ গাৰ ওপৰত উঠিব, তোমাৰ তন্দুৰত আৰু তোমাৰ আটাগুড়ি সনা পাত্ৰতো সোমাব; [৪] তোমাৰ, তোমাৰ প্ৰজাবিলাকৰ, আৰু তোমাৰ পাত্ৰমন্ত্ৰীবিলাকৰ গাৰ ওপৰতেই সেই বেঙবোৰ উঠিব। [৫] পাছে যিহোৱাই মোচিক কলে, তুমি হাৰোণক কোৱাগৈ, যে, নদী, খাল, আৰু বিলৰ ওপৰলৈ তুমি লাখুটি লৈ আপোন হাত মেলি, মিচৰ দেশৰ ওপৰলৈ বেঙ তুলি আনা। [৬] তাতে হাৰোণে মিচৰ দেশৰ পানীবোৰৰ ওপৰলৈ আপোন হাত মেলিলত, বেঙবোৰ উঠি আহি, মিচৰ দেশখনকে ঢাকিলে। [৭] পাছে শাস্ত্ৰজ্ঞবিলাকেও আপোন আপোন মায়াকৰ্ম্মেৰে সেই ৰূপে কৰি, মিচৰ দেশৰ ওপৰলৈ বেঙ তুলি আনিলে। [৮] তেতিয়া ফৰৌণে মোচি আৰু হাৰোণক মতাই নি কলে, যিহোৱাই যেন মোৰ পৰা আৰু মোৰ প্ৰজাবিলাকৰ পৰাও বেঙবোৰ গুচায়, এই নিমিত্তে তেওঁৰ আগত প্ৰাৰ্থনা কৰা; তাতে ময় লোকবিলাকক যিহোৱাৰ উদ্দেশে বলিদান কৰিবলৈ এৰি দিম। [৯] তেতিয়া মোচিয়ে ফৰৌণক কলে, বেঙবোৰ বিনষ্ট হৈ আপোনাৰ আৰু আপোনাৰ ঘৰবিলাকৰ পৰা যেন নাইকিয়া হব, আৰু কেৱল নদীতহে থাকিব, এই নিমিত্তে আপোনাৰ অৰ্থে, আৰু আপোনাৰ পাত্ৰমন্ত্ৰী ও প্ৰজাবিলাকৰ অৰ্থে কোন সময়ত প্ৰাৰ্থনা কৰিম, তাক মোৰ ওপৰত দৰ্প কৰি কওক। [১০] তাতে তেওঁ কলে, কাইলৈ। তেতিয়া মোচিয়ে কলে, আমাৰ ঈশ্বৰ যিহোৱাৰ তুল্য যে কোনো নাই, ইয়াক যেন আপুনি জানিব পাৰে, এই নিমিত্তে আপোনাৰ কথাৰ দৰেই হওক। [১১] আপোনাৰ, আপোনাৰ ঘৰবোৰৰ, আপোনাৰ পাত্ৰমন্ত্ৰীবিলাকৰ, আৰু আপোনাৰ প্ৰজাবিলাকৰ পৰাও বেঙবোৰ নাইকিয়া হব, কেৱল নদীতহে থাকিব। [১২] তেতিয়া মোচি আৰু হাৰোণ ফৰৌণৰ ওচৰৰ পৰা বাহিৰ ওলাই গল; আৰু ফৰৌণৰ বিৰুদ্ধে যিহোৱাই অনোৱা বেঙবোৰৰ কাৰণে মোচিয়ে যিহোৱাৰ আগত কাতৰোক্তি কৰিলে। [১৩] পাছে যিহোৱাই মোচিৰ কথাৰ দৰেই কৰিলে; ঘৰ, চোঁতাল, আৰু পথাৰতো বেঙবোৰ মৰিল। [১৪] তেতিয়া মানুহবিলাকে সেইবোৰ গোটাই দ'ম দ'ম কৰিলে; আৰু গোটেইখন দেশতে দুৰ্গন্ধ হল। [১৫] কিন্তু আপদ গুচা দেখি, যিহোৱাই কোৱাৰ দৰে, ফৰৌণে পুনৰায় আপোন মন গধুৰ কৰি তেওঁবিলাকৰ কথা নুশুনিলে।

[১৬] পাছে যিহোৱাই মোচিক কলে, হাৰোণক কোৱা, গোটেই মিচৰ দেশত পৃথিৱীৰ ধূলি ওকনি হবৰ নিমিত্তে, তুমি আপোন লাখুটি দাঙি ধূলিত প্ৰহাৰ কৰা। [১৭] তেতিয়া তেওঁবিলাকে সেই ৰূপেই কৰিলে; হাৰোণে আপোন লাখুটি

লৈ, হাত দাঙি দেশৰ ধূলিত প্ৰহাৰ কৰিলত, মানুহত আৰু পশুবোৰতো ওকনি হল; এই ৰূপে গোটেই মিচৰ দেশত, দেশৰ আটাইবোৰ ধূলি ওকনি হল। [১৮] তেতিয়া শাস্ত্ৰজ্ঞবিলাকেও আপোন আপোন মায়াকৰ্ম্মেৰে সেই ৰূপে ওকনি উৎপন্ন কৰিবলৈ যত্ন কৰিছিল, কিন্তু কৰিব নোৱাৰিলে; এই ৰূপে মানুহত আৰু পশুবোৰতো ওকনি হল। [১৯] তেতিয়া শাস্ত্ৰজ্ঞবিলাকে ফৰৌণক কলে, এই কৰ্ম্ম ঈশ্বৰৰ আঙুলিৰে কৰা; পাছে যিহোৱাই কোৱাৰ দৰে, ফৰৌণৰ মন কঠিন হলত, তেওঁ তেওঁবিলাকৰ কথা নুশুনিলে।

[২০] পাছে যিহোৱাই মোচিক কলে, তুমি ৰাতিপুৱাতে উঠি গৈ, ফৰৌণৰ আগত থিয় হবা; দেখা, তেওঁ পানীৰ ওচৰলৈ যাব; আৰু তুমি তেওঁক কবা, যিহোৱাই এই ৰূপে কৈছে, মোৰ সেৱা কৰিবৰ অৰ্থে মোৰ প্ৰজাবিলাকক এৰি দিয়া। [২১] কিন্তু যদি মোৰ প্ৰজাবিলাকক এৰি নিদিয়া, তেন্তে দেখা, ময় তোমালৈ, তোমাৰ পাত্ৰমন্ত্ৰীবিলাকলৈ, তোমাৰ প্ৰজাবিলাকলৈ, আৰু তোমাৰ ঘৰবোৰৰ ভিতৰলৈকো জাকে জাকে ডাঁহ পঠাম; তাতে মিচৰীয়াবিলাকৰ ঘৰ, আৰু সিহঁতে বাস কৰা ভূমিও সেই ডাঁহৰ জাকেৰে পৰিপূৰ্ণ হব। [২২] কিন্তু, পৃথিবীৰ মাজত ময়েই যে যিহোৱা, তাক তুমি জানিবৰ নিমিত্তে, মোৰ প্ৰজাবিলাক থকা গোচন দেশত ডাঁহৰ জাক নহবলৈ, ময় সেই দিনা তাক পৃথক কৰিম। [২৩] এই ৰূপে মোৰ প্ৰজাবিলাকৰ, আৰু তোমাৰ প্ৰজাবিলাকৰ মাজত ময় প্ৰভেদ কৰিম; কাইলৈকে এই চিন হব। [২৪] পাছে যিহোৱাই সেই দৰেই কৰিলে; ফৰৌণৰ আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ ঘৰত জাকে জাকে দুঃখ দিওঁতা ডাঁহবোৰ উপস্থিত হল; আৰু গোটেই মিচৰ দেশতে সেই ডাঁহৰ জাকৰ উৎপাতত ভূমি নষ্ট হল। [২৫] তেতিয়া ফৰৌণে মোচি আৰু হাৰোণক মতাই নি কলে, তোমালোকে এই দেশৰ ভিতৰতে তোমালোকৰ ঈশ্বৰৰ উদ্দেশে বলিদান কৰাগৈ। [২৬] তাতে মোচিয়ে কলে, সেই ৰূপে কৰিবলৈ আমাৰ উচিত নহয়; কিয়নো আমাৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে বলিদান কৰিবৰ হলে, সেয়ে মিচৰীয়াবিলাকৰ ঘৃণাজনক বলিদান হব; তেন্তে মিচৰীয়াবিলাকৰ সাক্ষাতে সিবিলাকৰ ঘৃণাজনক বলিদান কৰিলে, সিবিলাকে আমাক শিল দলিয়াই নেমাৰিব নে? [২৭] আমাৰ ঈশ্বৰ যিহোৱাই আমাক আজ্ঞা দিয়াৰ দৰে, তেওঁৰ উদ্দেশে বলিদান কৰিবৰ নিমিত্তে, আমাক তিন দিনৰ বাট অৰণ্যৰ ভিতৰলৈ যাবলৈ দিওক। [২৮] পাছে ফৰৌণে কলে, বাৰু, তোমালোকে অৰণ্যত আপোন ঈশ্বৰ যিহোৱাৰ উদ্দেশে বলিদান কৰিবৰ নিমিত্তে, ময় তোমালোকক এৰি দিছোঁ; কিন্তু বহুৎ দূৰৈলৈ হলে নেযাবা; তোমালোকে মোৰ নিমিত্তে প্ৰাৰ্থনা কৰা। [২৯] তাতে মোচিয়ে কলে, দেখোক, ময় আপোনাৰ ওচৰৰ পৰা গৈয়েই যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিম; তাতে, ফৰৌণৰ, তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ, আৰু প্ৰজাবিলাকৰ পৰা কাইলৈ ডাঁহৰ জাকবোৰ গুচিব; কেৱল যিহোৱাৰ উদ্দেশে বলিদান কৰিবৰ অৰ্থে লোকবিলাকক এৰি দিয়া কথাত ফৰৌণে মাথোন পুনৰায় প্ৰবঞ্চনা নকৰোক। [৩০] পাছে মোচিয়ে ফৰৌণৰ ওচৰৰ পৰা ওলাই গৈ, যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলে। [৩১] তাতে যিহোৱাই মোচিৰ কথাৰ দৰেই কৰিলে; ফৰৌণৰ, তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ, আৰু তেওঁৰ প্ৰজাবিলাকৰ পৰাও তেওঁ ডাঁহৰ জাকবোৰ গুচালে; এটাও অৱশিষ্ট নেথাকিল। [৩২] তথাপি ফৰৌণে সেই বাৰো মন গধুৰ কৰি, মানুহবিলাকক এৰি নিদিলে।

পঞ্চম, ষষ্ঠ, আৰু সপ্তম উৎপাত।

**৯** পাছে যিহোৱাই মোচিক কলে, তুমি ফৰৌণৰ ওচৰলৈ সোমাই গৈ তেওঁক কোৱাগৈ, ইব্ৰীয়াবিলাকৰ ঈশ্বৰ যিহোৱাই এই ৰূপে কৈছে, মোৰ সেৱা কৰিবৰ অৰ্থে মোৰ প্ৰজাবিলাকক এৰি দিয়া। [২] কিয়নো, যদি সিবিলাকক এৰি দিবলৈ অমান্তি হৈ এতিয়াও ৰাখিছে থোৱা, [৩] তেন্তে দেখা, পথাৰত থকা তোমাৰ পশুৰ ওপৰত, ঘোঁৰা, গাধ, আৰু উটবোৰৰ, গৰু, মেৰ, আৰু ছাগৰ জাকবোৰৰ ওপৰত যিহোৱাই হাত লগাব; তাতে অতিশয় মহামাৰী হব। [৪] কিন্তু যিহোৱাই ইস্ৰায়েলীয়াবিলাকৰ পশুবোৰৰ আৰু মিচৰীয়াবিলাকৰ পশুবোৰৰ মাজত প্ৰভেদ

করিব ; তাতে ইস্রায়েলর সন্তানবিলাকর এটা পশুও নমরিব। [৫] আরু যিহোৱাই সময় নিরূপণ করি কলে, কাইলৈ যিহোৱাই দেশত এই কর্ম্ম করিব। [৬] পাছদিনা যিহোৱাই সেই কর্ম্ম করিলত, মিচরর আটাইবোর পশু মরিল ; কিন্তু ইস্রায়েলর সন্তানবিলাকর পশুবোরর মাজর এটাও নমরিল। [৭] তেতিয়া ফরৌণে মানুহ পঠাই চোৱাই দেখিলে, যে, ইস্রায়েলীয়াবিলাকর পশুবোরর মাজর এটাও মরা নাই। তথাপি ফরৌণর মন গধুর হলত, তেওঁ লোকবিলাকক যাবলৈ এরি নিদিলে।

[৮] পাছে যিহোৱাই মোচি আরু হারোণক কলে, তোমালোকে মুঠি ভরাই অগ্নিকুণ্ডর আলান্ধু লোৱাগৈ ; আরু মোচিয়ে ফরৌণর সাক্ষাতে তাক আকাশর ফাললৈ ছটিয়াই পঠাওক। [৯] তাতে, সেয়ে গোটেইখন মিচর দেশত মিহি ধূলি হৈ, মিচর দেশর সকলো ঠাইর মানুহ আরু পশুবোরর গাত অনেক ফোঁহা উঠি উঠি হোৱা এবিধ বিষম খহু জন্মাব। [১০] তেতিয়া তেওঁবিলাকে অগ্নিকুণ্ডর আলান্ধু লৈ, ফরৌণর আগত থিয় হলগৈ ; আরু মোচিয়ে তাক আকাশলৈ ছটিয়াই পঠালত, সেয়ে মানুহবিলাকর আরু পশুবোরর গাতো অনেক ফোঁহা উঠি উঠি হোৱা এবিধ বিষম খহু জন্মালে। [১১] তাতে, শাস্ত্রজ্ঞবিলাকে সেই বিষম খহুর কারণে মোচির আগত থিয় হবই নোৱারিলে ; কিয়নো শাস্ত্রজ্ঞ আদি সমুদায় মিচরীয়া লোকর গাত সেই বিষম খহু ওলাইছিল। [১২] তথাপি যিহোৱাই মোচিক কোৱার দরে, তেওঁ ফরৌণর মন কঠিন করিলত, ফরৌণে তেওঁবিলাকর কথা নুশুনিলে।

[১৩] পাছে যিহোৱাই মোচিক কলে, তুমি রাতিপুৱাতে উঠি, ফরৌণর আগত থিয় হৈ, তেওঁক এই কথা কোৱাগৈ, ইব্রীয়াবিলাকর ঈশ্বর যিহোৱাই এই রূপে কৈছে, মোর সেৱা করিবর অর্থে মোর প্রজাবিলাকক এরি দিয়া। [১৪] কিয়নো গোটেইখন পৃথিবীত মোর তুল্য যে কোনো নাই, ইয়াক তুমি জানিবর নিমিত্তে, ময় এইবার তোমার হৃদয় বিদারিবলৈ তোমার পাত্রমন্ত্রীবিলাকর আরু তোমার প্রজাবিলাকর ওপরলৈ মোর সকলো উৎপাত পঠাম। [১৫] কারণ, ময় আপোন হাত মেলি, তোমাক আরু তোমার প্রজাবিলাকক মহামারীরে প্রহার করা হলে, তুমি পৃথিবীর পরা উচ্ছন্ন হলাহেঁতেন ; [১৬] কিন্তু তোমাক যেন মোর শক্তি দেখুৱাম, আরু গোটেই পৃথিবীত মোর নামো যেন খ্যাতিমন্ত হব, এই নিমিত্তেহে পতিত নোহোৱাকৈ ময় তোমাক রাখিলোঁ। [১৭] এতিয়ালৈকে তুমি মোর প্রজাবিলাকর ওপরত অহঙ্কার করি, সিবিলাকক এরি দিবলৈ অসন্মত আছা। [১৮] দেখা, মিচর দেশ স্থাপন করা দিনরে পরা আজিলৈকে যেনে শিলাবৃষ্টি কেতিয়াও হোৱা নাই, তেনে অতিশয় কষ্টদায়ক শিলাবৃষ্টি ময় কাইলৈ ইমান পরতে বরষাম। [১৯] এতেকে, তুমি এতিয়া মানুহ পঠাই, পথারত থকা তোমার পশু আদি সকলোকে বেগাই ভিতরলৈ অনোৱা, কিয়নো, যিবোর মানুহ আরু পশু ঘরলৈ ননাকৈ পথারত থাকিব, সেইবোরর ওপরত শিলাবৃষ্টি হোৱাত, সিহঁত মরিব। [২০] তেতিয়া ফরৌণর পাত্রমন্ত্রী আদি করি বিষয়াবিলাকর মাজর যি কোনোৱে যিহোৱার কথাত ভয় করিলে, সি আপোন বন্দী আরু পশুবোরক ঘরলৈ বেগাই আনিলে। [২১] কিন্তু যি কোনোৱে যিহোৱার কথালৈ মন নিদিলে, সি আপোন বন্দী আরু পশুবোরক পথারতে এরিলে।

[২২] পাছে যিহোৱাই মোচিক কলে, গোটেই মিচর দেশত, গোটেই মিচর দেশর মানুহ, পশু, আরু পথারত থকা সকলো তৃণ আদির ওপরত শিলাবৃষ্টি হবর নিমিত্তে তুমি আকাশর ফাললৈ আপোন হাত মেলা। [২৩] তাতে, মোচিয়ে আকাশলৈ আপোন লাখুটি দাঙিলত, যিহোৱাই মেঘগর্জ্জন আরু শিলাবৃষ্টি করিলে, আরু অগ্নি ভূমির ওপরলৈ বেগেরে নামি আহিল ; এই রূপে যিহোৱাই মিচর দেশত শিলাবৃষ্টি বরষালে। [২৪] এই রূপে শিলাবৃষ্টি, আরু সেই শিলাবৃষ্টির লগত মিহলি হোৱা অগ্নিবৃষ্টিও হোৱাত, সেয়ে অতিশয় কষ্টদায়ক হল ; এনেকুৱা শিলাবৃষ্টি গোটেই মিচর দেশত, রাজ্য স্থাপন করারে পরা কেতিয়াও হোৱা নাই। [২৫] তাতে, গোটেইখন মিচর দেশর পথারত থকা মানুহ পশু আদি সকলোকে শিলাবৃষ্টিয়ে বিনষ্ট করিলে ; তাত বাজে শিলাবৃষ্টিয়ে পথারর সকলো তৃণ আদিকো

খুন্দিলে, আৰু পথাৰৰ সকলো গছবোৰকো ভাঙ্গিলে। [২৬] কেৱল ইস্রায়েলৰ সন্তানবিলাক থকা গোচন দেশতহে শিলাবৃষ্টি নহল। [২৭] পাছে ফৰৌণে মানুহ পঠাই মোচি আৰু হাৰোণক মতাই নি কলে, এইবাৰ মই পাপ কৰিলোঁ; যিহোৱা ধাৰ্ম্মিক, কিন্তু মই আৰু মোৰ প্ৰজা-বিলাক হলো দুষ্ট। [২৮] তোমালোকে যিহোৱাৰ আগত প্ৰাৰ্থনা কৰাহঁক; কিয়নো মহাগৰ্জ্জন আৰু শিলাবৃষ্টি ইমানেই জুৰিছে; মই তোমা-লোকক এৰি দিম; যাবলৈ তোমালোকৰ আৰু পলম নহব। [২৯] তেতিয়া মোচিয়ে তেওঁক কলে, মই নগৰৰ পৰা ওলাই গৈয়েই যিহোৱালৈ হাত মেলিম; তেতিয়া পৃথিৱী যে যিহোৱাৰহে, ইয়াক আপুনি জানিবৰ নিমিত্তে মেঘগৰ্জ্জন শুচিব, শিলাবৃষ্টিও আৰু নহব। [৩০] কিন্তু আপুনি আৰু আপোনাৰ পাত্ৰমন্ত্ৰীবিলাকে যে এতিয়াও যিহোৱালৈ ভয় নকৰিব, তাক মই জানো। [৩১] সেই সময়ত শণ আৰু যৱ ধান নষ্ট হল; কিয়নো যৱ ধানৰ থোক ওলাইছিল, আৰু শণো ফুলিছিল। [৩২] কিন্তু ঘেঁহু আৰু জনৰা ধান পুলি হোৱা হেতুকে নষ্ট নহল। [৩৩] পাছে মোচিয়ে ফৰৌণৰ আগৰ পৰা নগৰৰ বাহিৰ হৈ গৈ, যিহোৱালৈ হাত মেলিলত, মেঘগৰ্জ্জন আৰু শিলাবৃষ্টিও শুচিল, আৰু পৃথিৱীত ধাৰাবাৰে বৰষিবলৈ এৰিলে। [৩৪] তেতিয়া ফৰৌণে বৰষুণ, শিলাবৃষ্টি, আৰু মেঘগৰ্জ্জন শুচিবৰ দেখি, তেওঁ আৰু অধিক পাপহে কৰিলে; তেওঁ আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকে আপোন আপোন মন গধুৰ কৰিলে। [৩৫] এই ৰূপে যিহোৱাই মোচিৰ দ্বাৰায় কোওৱাৰ দৰে, ফৰৌণৰ মন কঠিন হলত, তেওঁ ইস্রায়েলৰ সন্তানবিলাকক যাবলৈ এৰি নিদিলে।

### অষ্টম আৰু নৱম উৎপাত।

১০ পাছে যিহোৱাই মোচিক কলে, তুমি ফৰৌণৰ ওচৰলৈ সোমাই যোৱা; কিয়নো, মই যেন মিচৰ দেশৰ মাজত মোৰ এই চিনবোৰ দেখুৱাম, আৰু মই মিচৰীয়াবিলাকলৈ কৰা কাৰ্য্যৰ আৰু সিহঁতৰ মাজত মই দেখুউৱা চিন-বোৰৰ বৃত্তান্ত যেন তুমি আপোন পো-নাতি-হঁতৰ আগত কবা, আৰু মই যে যিহোৱা, তাক যেন তোমালোকে জানিবা, [২] এই নিমিত্তে মই তেওঁৰ আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ মন গধুৰ কৰিলোঁ। [৩] তেতিয়া মোচি আৰু হাৰোণে ফৰৌণৰ ওচৰলৈ সোমাই গৈ, তেওঁক কলে, ইব্ৰীয়াবিলাকৰ ঈশ্বৰ যিহোৱাই এই ৰূপে কৈছে, তুমি মোৰ আগত নম্ৰ হবলৈ কিমান কাল অমান্তি হৈ থাকিবা? মোৰ সেৱা কৰিবৰ অৰ্থে মোৰ প্ৰজাবিলাকক এৰি দিয়া। [৪] কিন্তু, যদি মোৰ প্ৰজাবিলাকক এৰি দিবলৈ মান্তি নোহোৱা, তেন্তে দেখা, কাইলৈ তোমাৰ সীমাৰ ভিতৰলৈ কাকতি কৰিং আনিম। [৫] সেইবোৰে গোটেইখন দেশ এনেকৈ ঢাকি ধৰিব, যে, কোনেও মাটিকে দেখা পাব নোৱাৰিব; তাতে, শিলাবৃষ্টিৰ পৰা ৰক্ষা পোৱা যি অৱশিষ্ট ভাগ তোমালোকৰ নিমিত্তে বাকী আছে, তাকো সেইবোৰে খাব, আৰু তোমালোকৰ নিমিত্তে বাৰীয়ে-পথাৰে উৎপন্ন হোৱা সমুদায় গছকো খাই পেলাব; [৬] আৰু তোমাৰ ঘৰবোৰ, আৰু তোমাৰ পাত্ৰমন্ত্ৰী আদি সকলো মিচৰীয়াবিলাকৰ ঘৰবোৰ সেইবোৰেৰে ভৰি পৰিব; তোমাৰ ওপৰ-পিতৃবিলাকৰ আৰু সিবিলাকৰো ওপৰ-পিতৃবিলাকৰ জন্মৰ পৰা আজিলৈকে কেতিয়াও সেই ৰূপ দেখা নেযায়। পাছে তেওঁ মুখ ঘূৰাই ফৰৌণৰ আগৰ পৰা বাহিৰলৈ গল। [৭] তেতিয়া ফৰৌণৰ পাত্ৰমন্ত্ৰী-বিলাকে ফৰৌণক কলে, এই মানুহটো নো আমালৈ কিমান কাললৈকে ফান্দস্বৰূপ হৈ থাকিব? সেই লোকবিলাকে আপোন ঈশ্বৰ যিহোৱাৰ সেৱা কৰিবৰ অৰ্থে, সিহঁতক যাবলৈ এৰি দিওক; মিচৰ দেশ যে নষ্ট হল, তাক আপুনি এতিয়ালৈকে বুজা নাই নে? [৮] তেতিয়া মোচি আৰু হাৰোণক ফৰৌণৰ আগলৈ পুনৰায় অনোৱা হলত, ফৰৌণে তেওঁবিলাকক কলে, যা, তহঁতৰ ঈশ্বৰ যিহোৱাৰ সেৱা কৰগৈ; কিন্তু কোন কোন যাব? [৯] মোচিয়ে কলে, আমি লৰা বুঢ়া সকলো যাম; আপোন আপোন পো-জীবিলাকক, আৰু মেৰ, ছাগ, আৰু গৰুৰ জাকবোৰকো লগত লৈ যাম; কিয়নো যিহোৱাৰ উদ্দেশে আমি উৎসৱ কৰিব লাগিব। [১০] তাতে ফৰৌণে তেওঁবিলাকক কলে, হয় হয়, মই যি দৰে তহঁতক আৰু তহঁতৰ লৰা-তিৰুতাবোৰক

যাবলৈ এৰি দিম, সেই দৰে যিহোৱা তহঁতৰ লগত থাকোক; চাবি, কাৰণ তহঁতৰ আগত অনিষ্ট আছে। ১১ সেয়ে নহব; তহঁত পুৰুষবোৰ যা, যিহোৱাৰ সেৱা কৰগৈ; কিয়নো তাকেহে তহঁতে বিচাৰিছ। তাতে ফৰৌণৰ আগৰ পৰা তেওঁবিলাকক খেদাই দিয়া হল।

১২ পাছে যিহোৱাই মোচিক কলে, কাকতি ফৰিংবোৰ মিচৰ দেশলৈ আহি, শিলাবৃষ্টিৰ পৰা অৱশিষ্ট থকা দেশৰ তৃণ আদি সকলোকে খাবলৈ, তুমি কাকতি ফৰিঙৰ নিমিত্তে মিচৰ দেশৰ ওপৰলৈ আপোন হাত মেলা। ১৩ তেতিয়া মোচিয়ে মিচৰ দেশৰ ওপৰলৈ আপোন লাখুটি দাঙিলত, সেই গোটেই দিন গোটেই ৰাতি যিহোৱাই দেশৰ ওপৰলৈ পূবৰ বায়ু বলোৱালে, পাছে ৰাতিপুৱা পৰত সেই পূবৰ বতাহে কাকতি ফৰিং আনিলে। ১৪ তাতে ফৰিংবোৰে গোটেই-খন মিচৰ দেশলৈ আহি, মিচৰৰ আটাই অঞ্চল জুৰি ললেহি; সেইবোৰ অতিশয় কষ্টদায়ক; সেই ৰূপ ফৰিং পূৰ্ব্বে কেতিয়াও হোৱা নাই, আৰু পাছেও নহব। ১৫ কিয়নো, সেইবোৰে গোটেইখন দেশ ঢাকি ধৰিলত, দেশখনেই আন্ধাৰ হল; আৰু সেইবোৰে দেশৰ তৃণ আদি সমুদায় বন, আৰু শিলাবৃষ্টিৰ পৰা অৱশিষ্ট থকা গছৰ সকলো গুটিকো খালে; তাতে গোটেই-খন মিচৰ দেশত গছ, বা পথাৰৰ তৃণ আদি একোৱেই কেঁচা বৰণীয়া নেথাকিল। ১৬ তেতিয়া ফৰৌণে মোচি আৰু হাৰোণক বেগাই মতাই নি কলে, মই তোমালোকৰ ঈশ্বৰ যিহোৱাৰ বিৰুদ্ধে আৰু তোমালোকৰ বিৰুদ্ধেও পাপ কৰিলোঁ। ১৭ এতেকে বিনয় কৰোঁ, কেৱল এই-বাৰ মোৰ পাপ ক্ষমা কৰা, আৰু তোমালোকৰ ঈশ্বৰ যিহোৱাই যেন মোৰ পৰা এই কালস্বৰূপ উৎপাত গুচায়, তেওঁৰ আগত এনে প্ৰাৰ্থনা কৰা। ১৮ তেতিয়া তেওঁ ফৰৌণৰ ওচৰৰ পৰা বাহিৰ ওলাই গৈ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলত, ১৯ যিহোৱাই পশ্চিমৰ পৰা অতিশয় প্ৰবল বতাহ ওভোটাই অনালে; তাতে সেই বতাহে ফৰিং-বোৰ নি চূফ সমুদ্ৰত পেলাই দিলত, মিচৰৰ কোনো অঞ্চলত এটা ফৰিঙো নেথাকিল। ২০ কিন্তু যিহোৱাই ফৰৌণৰ মন কঠিন কৰিলত, তেওঁ ইস্ৰায়েলৰ সন্তানবিলাকক এৰি নিদিলে।

২১ পাছে যিহোৱাই মোচিক কলে, মিচৰ দেশত আন্ধাৰ হবৰ নিমিত্তে, তুমি আকাশৰ ফাললৈ আপোন হাত মেলা; সেই আন্ধাৰ এনে দোৰ্ঘোৰ হব, যে, তাক স্পৰ্শ কৰিব পৰা হব। ২২ তেতিয়া মোচিয়ে আকাশৰ ফাললৈ আপোন হাত মেলিলত, তিন দিনলৈকে মিচৰ দেশৰ গোটেইখনতে ঘোৰ আন্ধাৰ হল; ২৩ কোনোৱে কাকো দেখা পাব নোৱাৰিলে, আৰু তিন দিন-লৈকে কোনেও আপোন ঠাইৰ পৰা নুঠিলো; কিন্তু ইস্ৰায়েলৰ সন্তানবিলাকৰ নিমিত্তে, সিবিলাকৰ থকা ঠাইত পোহৰ আছিল। ২৪ তেতিয়া ফৰৌণে মোচিক মতাই নি কলে, তোমালোক যোৱা, যিহোৱাৰ সেৱা কৰাগৈ; কেৱল তোমালোকৰ মেৰ, ছাগ, আৰু গৰুৰ জাকবোৰ থাকোক; তোমালোকৰ লৰা-তিৰুতাবিলাকো লগত যাওক। ২৫ তাতে মোচিয়ে কলে, আমাৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে বলিদান কৰিবলৈ, বলি আৰু হোম-দ্ৰব্যকো আপুনি আমাৰ হাতত দিব লাগে। ২৬ আমাৰ লগত আমাৰ পশুবোৰো যাব, এটী খুৰাও বাকী নেথাকিব; কিয়নো, আমাৰ ঈশ্বৰ যিহোৱাৰ সেৱা কৰিবলৈ, সেইবোৰৰ পৰাই আমি বলি লব লাগিব; আৰু কিহেৰে যিহোৱাৰ সেৱা কৰিম, তাক আমি সেই ঠাই নেপাওঁগৈমানে নেজানো। ২৭ কিন্তু যিহোৱাই ফৰৌণৰ মন কঠিন কৰিলত, তেওঁ সিবিলাকক এৰি দিবলৈ মান্তি নহল। ২৮ তেতিয়া ফৰৌণে তেওঁক কলে, মোৰ আগৰ পৰা গুচি যা; সাৱধান, মোৰ মুখ আৰু নেচাবি; কিয়নো যি দিনাই মোৰ মুখ চাবি, সেই দিনাই মৰিবি। ২৯ তাতে মোচিয়ে কলে, আপুনি ভাল কৈছে; মই আপোনাৰ মুখ আৰু কেতিয়াও নেচাম।

**সকলো বড় পুতেকক মৰা। নিস্তাৰ-পৰ্ব্ব স্থাপন, আৰু তাৰ পালনীয় বিধি।**

**১১** যিহোৱাই মোচিক এই কথা কৈছিল, মই ফৰৌণৰ ওপৰলৈ, আৰু মিচৰ দেশৰ ওপৰ-লৈকো আৰু এক উৎপাত উপস্থিত কৰিম; তাৰ পাছত, তেওঁ তোমালোকক ইয়াৰ পৰা যাবলৈ এৰি দিব। আৰু এৰি দিয়া সময়ত, তেওঁ তোমালোক সকলোকে নিশ্চয়ে ইয়াৰ পৰা

খেদায়ো দিব; ২ এতেকে এতিয়া লোকবিলাকৰ আগত কোৱা, প্ৰতিজন পুৰুষে আপোন আপোন ওচৰ-চুবুৰীয়াৰ পৰা, আৰু প্ৰতিজনী তিৰুতাই আপোন আপোন ওচৰ-চুবুৰীয়ানীৰ পৰা ৰূপ আৰু সোণৰ অলঙ্কাৰ খুজি খুজি লওক। ৩ আৰু যিহোৱাই মিচৰীয়াবিলাকৰ দৃষ্টিত লোকবিলাকক অনুগ্ৰহপ্ৰাপ্ত কৰিলে। তাত বাজে, মিচৰ দেশত ফৰৌণৰ পাত্ৰমন্ত্ৰীবিলাকৰ আৰু প্ৰজাবিলাকৰ দৃষ্টিত মোচি অতি মহান পুৰুষ আছিল।

৪ মোচিয়ে কলে, যিহোৱাই এই ৰূপে কৈছে, মই ৰাতি মাজ নিশামানত মিচৰৰ ভিতৰলৈ যাম; ৫ তাতে, সিংহাসনত বহা ফৰৌণৰ জ্যেষ্ঠ পুত্ৰৰ পৰা জাঁত ঘূৰুৱা বেটীৰ বড় পুতেকলৈকে, মিচৰ দেশত থকা সকলো প্ৰথমে জন্মাবিলাক, আৰু পশুবোৰৰো সকলো প্ৰথমে জগাবোৰ মৰিব। ৬ তাতে, যি ৰূপ ক্ৰন্দন কেতিয়াও হোৱা নাই, আৰু নহব, গোটেই মিচৰ দেশত এনে মহাক্ৰন্দন হব। ৭ কিন্তু যিহোৱাই যে মিচৰীয়াবিলাকৰ আৰু ইস্ৰায়েলীয়াবিলাকৰ মাজত প্ৰভেদ কৰে, ইয়াক যেন তোমালোকে জানিব পাৰিবা, এই নিমিত্তে ইস্ৰায়েলৰ সন্তানবিলাকৰ মানুহ হওক বা পশুৱেই হওক, সিবিলাকৰ অহিতে এটা কুকুৰেও আপোন জিবা নলৰাব। ৮ তাতে তোমাৰ এই পাত্ৰমন্ত্ৰীবিলাকে মোৰ ওচৰলৈ নামি যাব, আৰু মোৰ আগত প্ৰণিপাত কৰি কব, আপুনি আৰু আপোনাৰ অনুগামী লোকবিলাক ওলাই যাওক; তেতিয়া মই ওলাই যাম। এই বুলি তেওঁ বড় ক্ৰোধেৰে ফৰৌণৰ ওচৰৰ পৰা ওলাই আহিল।

৯ যিহোৱাই মোচিক কৈছিল, মোৰ অদ্ভুত লক্ষণ যেন মিচৰ দেশত অধিককৈ দেখুউৱা যাব, এই নিমিত্তে ফৰৌণে তোমাৰ কথা নুশুনিব। ১০ মোচি আৰু হাৰোণে ফৰৌণৰ সাক্ষাতে সেই সকলো অদ্ভুত লক্ষণ দেখুৱাইছিল; কিন্তু যিহোৱাই ফৰৌণৰ মন কঠিন কৰিলত, তেওঁ আপোন দেশৰ পৰা ইস্ৰায়েলৰ সন্তানবিলাকক যাবলৈ এৰি নিদিলে।

১২ পাছে যিহোৱাই মিচৰ দেশতে মোচি আৰু হাৰোণক কলে, ২ এই মাহেই তোমালোকলৈ সকলো মাহৰ আদি; এয়ে বছৰৰ সকলো মাহৰ মাজত তোমালোকলৈ প্ৰথম মাহ হব। ৩ তোমালোকে ইস্ৰায়েলৰ গোটেই মণ্ডলীক কোৱা, এই মাহৰ দশম দিনা সিবিলাকে আপোন আপোন পিতৃ-বংশ অনুসাৰে প্ৰত্যেক পৰিয়ালৰ নিমিত্তে এটা এটা মেৰ পোৱালি লব। ৪ আৰু সেই পোৱালি ভোজন কৰিবলৈ যদি কোনোৰ পৰিয়াল তাকৰ হয়, তেন্তে সি আৰু তাৰ ঘৰৰ ওচৰত থকা ওচৰ-চুবুৰীয়াই প্ৰাণীৰ সংখ্যা বুজি এটা মেৰ পোৱালি লব; তোমালোকৰ একজন একজন মানুহে খাব পৰা শক্তি অনুসাৰে সেই মেৰ পোৱালিৰ বিষয়ে তোমালোকে লেখ কৰিবা। ৫ তোমালোকৰ সেই পোৱালি একছৰীয়া আৰু নিৰ্গুণী মটা পোৱালি হব লাগিব; তোমালোকে তাক মেৰ বা ছাগবোৰৰ পৰা লবা। ৬ আৰু তোমালোকে তাক এই মাহৰ চৌদ্ধ দিনৰ দিনালৈকে ৰাখিবা; পাছে ইস্ৰায়েলৰ মণ্ডলীৰ গোটেই সমাজে সন্ধ্যা পৰত তাক মাৰিব। ৭ পাছে সিবিলাকে তাৰ কিছু তেজ লৈ, যি যি ঘৰত তাক ভোজন কৰিব, সেই সেই ঘৰৰ দুৱাৰৰ চৌকাঠৰ দুই দাঁতিৰ দুডালত, আৰু ওপৰৰ ডালতো লগাব। ৮ আৰু সেই ৰাতিয়েই সিবিলাকে তাক খৰিকাত দি খমীৰ নিদিয়া পিঠাৰে তাৰ মঙহ খাব; সিবিলাকে তাক তিতা শাকেৰেও ভোজন কৰিব। ৯ তোমালোকে তাক কেঁচাই, নাইবা পানীত সিজায়ো নেখাবা; কিন্তু তাৰ মূৰ, ঠেং, আৰু অন্তৰত থকা ভাগে সৈতে তাক খৰিকাত দিহে খাবা। ১০ আৰু ৰাতিপুৱালৈ তাৰ একেৰিও অৱশিষ্ট নেৰাখিবা; কিন্তু ৰাতিপুৱালৈ যি অৱশিষ্ট থাকে, তাক তোমালোকে জুইত পুৰি ভস্ম কৰিবা। ১১ আৰু তোমালোকে তাক এই ৰূপে খাবা; কাপৰ চপাই কঁকাল বান্ধি, ভৰিত জোতা পিন্ধি, আৰু হাতত লাখুটি লৈ, বেগাবেগিকৈ ভোজন কৰিবা; সেয়ে যিহোৱাৰ নিস্তাৰ-পৰ্ব্বৰ বলি হব। ১২ কিয়নো মই সেই ৰাতিয়েই মিচৰ দেশৰ মাজেদি গৈ, মানুহৰ বা পশুৰেই হওক, মিচৰ দেশৰ সকলো প্ৰথমে জন্মাবোৰক সংহাৰ কৰিম, আৰু মিচৰীয়া সকলো দেৱতাবোৰক দণ্ড দিম; ময়েই যিহোৱা। ১৩ আৰু তোমালোকে যি যি ঘৰত থাকা, সেই সেই ঘৰত সেই তেজেই তোমালোকৰ অৰ্থে চিন হব; তাতে, মই সেই তেজ দেখি, তোমালোকক এৰি থৈ যাম; আৰু

মন্ন মিচৰ দেশত সংহাৰ কৰোঁতে, তোমালোকক বিনষ্ট কৰিবলৈ কোনো আপদে তোমালোকক নেপাব। [১৪] আৰু সেই দিন তোমালোকলৈ সোঁৱৰণীয় হব; আৰু তোমালোকে সেই দিন যিহোৱাৰ উৎসৱৰ দিন বুলি পালন কৰিবা; পুৰুষানুক্ৰমে চিৰস্থায়ী বিধিমতে তাক পালন কৰিবা। [১৫] তোমালোকে সাত দিন খমীৰ নিদিয়া পিঠা ভোজন কৰিবা; এনে কি, প্ৰথম দিনাই আপোন আপোন ঘৰৰ পৰা খমীৰ দূৰ কৰিবা। কিয়নো যি কোনোৱে প্ৰথম দিনাৰ পৰা সপ্তম দিনলৈকে খমীৰ দিয়া পিঠা খাব, তাক ইস্ৰায়েলৰ পৰা উচ্ছন্ন কৰা হব। [১৬] আৰু প্ৰথম দিনা তোমালোকৰ পবিত্ৰ সভা হব, আৰু সপ্তম দিনাও তোমালোকৰ পবিত্ৰ সভা হব; সেই দুদিন প্ৰতিজন মানুহে খোৱাবোৱা কামৰ বাহিৰে কোনো কাম নকৰিব, কেৱল তাকেহে কৰিব। [১৭] এই ৰূপে তোমালোকে খমীৰ নিদিয়া পিঠাৰ পৰ্ব্ব পালন কৰিবা; কিয়নো সেই দিনাই তোমালোকক সৈন্য-শ্ৰেণীক্ৰমে মোৰ দ্বাৰায় মিচৰ দেশৰ পৰা বাহিৰ কৰি অনা হব। এতেকে তোমালোকে পুৰুষানুক্ৰমে চিৰস্থায়ী বিধিমতে সেই দিন পালন কৰিবা। [১৮] তোমালোকে প্ৰথম মাহৰ চৌদ্ধ দিনৰ দিনাৰ গধূলিৰে পৰা একৈশ দিনৰ দিনাৰ গধূলিলৈকে খমীৰ নিদিয়া পিঠাহে ভোজন কৰিবা। [১৯] সাদিনলৈকে তোমালোকৰ ঘৰত খমীৰ নেথাকোক; কিয়নো বিদেশী হওক বা স্বদেশীয়েই হওক, যি কোনোৱে খমীৰ দিয়া কোনো বস্তু খাব, তাক ইস্ৰায়েলৰ মণ্ডলীৰ পৰা উচ্ছন্ন কৰা হব। [২০] তোমালোকে খমীৰ দিয়া কোনো বস্তুকেই নেখাবা; তোমালোকে বাস কৰা সকলো ঠাইত, খমীৰ নিদিয়া পিঠাহে খাবা।

[২১] তেতিয়া মোচিয়ে ইস্ৰায়েলৰ সমুদায় বৃদ্ধ লোকক মতাই নি সিবিলাকক কলে, তোমালোকে আপোন আপোন গোষ্ঠী অনুসাৰে মেৰৰ জাকৰ পৰা পোৱালি উলিয়াই আনি নিস্তাৰ-পৰ্ব্বৰ বলি কাটা। [২২] আৰু এচোব বন একোঁচা লৈ, পাত্ৰটোত থকা তেজত জুবুৰিয়াই, দুৱাৰৰ চৌকাঠৰ ওপৰৰ ডালত আৰু দুই দাঁতিৰ দুডালত, পাত্ৰটোত থকা তেজৰ পৰা কিছু লগাই দিবা; আৰু ৰাতিপুৱালৈকে তোমালোক কোনেও আপোন আপোন ঘৰৰ দুৱাৰৰ বাহিৰ নহবা। [২৩] কিয়নো যিহোৱাই মিচৰীয়াহঁতক আঘাত কৰিবৰ নিমিত্তে, তোমালোকৰ ওচৰেদি গমন কৰিব; তাতে, দুৱাৰৰ চৌকাঠৰ ওপৰৰ ডালত, আৰু তাৰ দুই দাঁতিৰ দুডালত সেই তেজ দেখি, যিহোৱাই সেই দুৱাৰ এৰি যাব, আৰু তোমালোকক বিনষ্ট কৰিবৰ নিমিত্তে, তোমালোকৰ ঘৰত সংহাৰকৰ্ত্তাক সোমাবলৈ নিদিব। [২৪] তোমালোকে আৰু তোমালোকৰ সন্তানবিলাকেও সদাকাললৈকে পালন কৰিব লগীয়া বিধি বুলি, এই ৰীতি পালন কৰি থাকিবা। [২৫] আৰু যিহোৱাই আপোন প্ৰতিজ্ঞাৰ দৰে তোমালোকক যি দেশ দিব, সেই দেশত যেতিয়া তোমালোক সোমাবা, তেতিয়াও তোমালোকে এই সেৱাৰ কাৰ্য্য কৰিবা। [২৬] পাছে, তোমালোকৰ সন্তানবিলাকে এই সেৱাৰ কাৰ্য্যৰ অৰ্থ কি বুলি সুধিলে, [২৭] তোমালোকে কবা, যি যিহোৱাই মিচৰীয়া লোকক আঘাত কৰোঁতে মিচৰত থকা ইস্ৰায়েলৰ সন্তানবিলাকৰ ঘৰবোৰ এৰি থৈ, আমাৰ ঘৰবোৰ নিস্তাৰ কৰিলে, সেই যিহোৱাৰ উদ্দেশে কৰা এয়ে নিস্তাৰ-পৰ্ব্বৰ বলিদান। তেতিয়া লোকবিলাকে মূৰ দোঁৱাই প্ৰণিপাত কৰিলে। [২৮] পাছে ইস্ৰায়েলৰ সন্তানবিলাকে গৈ সেই দৰে কৰিলে; যিহোৱাই মোচি আৰু হাৰোণক দিয়া যিহোৱাৰ আজ্ঞাৰ দৰেই কৰিলে।

[২৯] পাছে, যিহোৱাই ৰাতিৰ মাজ নিশাত সিংহাসনত বহা ফৰোণৰ জ্যেষ্ঠ পুত্ৰৰে পৰা বন্দী কৰি নি অন্ধকূপত থোৱা লোকৰ বঢ় পুতেকলৈকে, মিচৰ দেশৰ প্ৰথমে জন্মা সকলোবিলাকক আৰু পশুবোৰৰ প্ৰথমে জগাবোৰকো সংহাৰ কৰিলে। [৩০] তাতে, ফৰোণ আৰু তেওঁৰ পাত্ৰমন্ত্ৰী আদি মিচৰৰ সমুদায় লোক ৰাতিয়েই উঠিল, আৰু মিচৰত মহাক্ৰন্দন হল; কিয়নো যি ঘৰত কোনো মৰা নাই, এনে ঘৰেই নাছিল। [৩১] তেতিয়া ৰাতিয়েই ফৰোণে মোচি আৰু হাৰোণক মতাই নি কলে, উঠা, তোমালোক আৰু ইস্ৰায়েলৰ সন্তানবিলাকো মোৰ প্ৰজাবিলাকৰ মাজৰ পৰা বাহিৰ হৈ যোৱাহঁক; আৰু তোমালোকে কোৱাৰ দৰেই যিহোৱাৰ সেৱা কৰাগৈ। [৩২] তোমালোকে কোৱাৰ দৰেই

আপোন আপোন মের, ছাগ, আরু গরু আদির জাকবোরকো লৈ যোৱা; আরু মোকো আশীর্ব্বাদ করি যোৱা। [33] তেতিয়া মিচরীয়াহঁতে লোকবিলাকক শীঘ্রে দেশর পরা পঠাবর নিমিত্তে ততাতৈয়া লগালে; কিয়নো সিহঁতে কলে, আমি সকলোবিলাক মরা পড়িলোঁ। [34] তাতে, লোকবিলাকে খমীর নিদিয়াকৈ শুদাই সনা আপোন আপোন আটাগুড়ি লৈ, আপোন আপোন সনা পাত্র গার কাপরত বান্ধি, আপোন আপোন কান্ধত ললে। [35] আরু ইস্রায়েলর সন্তানবিলাকে মোচির কথার দরেই করিলে; সিবিলাকে মিচরীয়াহঁতর পরা সোণ আরু রূপর অলঙ্কার, আরু বস্ত্রও খুজি খুজি ললে। [36] আরু যিহোৱাই মিচরীয়াহঁতর আগত লোকবিলাকক অনুগ্রহপ্রাপ্ত করিলত, সিবিলাকে খোজার দরেই সিবিলাকক দিলে; এই রূপে সিবিলাকে মিচরীয়াহঁতক লুট করা যেন করিলে।

মিচরর পরা ইস্রায়েল লোকর প্রস্থান।
নানা বিধি।

[37] পাছে ইস্রায়েলর সন্তানবিলাকে রামিচেচর পরা চুকোতলৈ যাত্রা করি গল; সিবিলাক লরা-তিরুতাত বাজে, ছয় লাখমান পদাতিক পুরুষ আছিল। [38] তাতে বাজে নানা জাতীয় লোকসমূহ, আরু মের, ছাগ, গরু আদি অতি অধিক পশুও সিবিলাকর লগত গল। [39] তার পাছে, সিবিলাকে মিচরর পরা সানি নিয়া যি আটাগুড়ি, তারে খমীর নিদিয়া পিঠা যুগুত করিলে, কিয়নো সেইবোরত খমীর দিয়া নাছিল; কারণ, সিবিলাকক মিচরর পরা শীঘ্রে খেদাই দিয়া হল, আরু সিবিলাকে পলম করি থাকিব নোৱরাত, আপোনার নিমিত্তে বাটর একো সমলো যুগুত করি লব নোৱারিলে। [40] ইস্রায়েলর সন্তানবিলাকে মিচর দেশত প্রবাসী হৈ থকা কাল চারি শ ত্রিশ বছর। [41] আরু সেই চারি শ ত্রিশ বছরর শেষর যি দিন, সেই দিনাই যিহোৱার সকলো বাহিনীবিলাক মিচর দেশর পরা বাহির হৈ গল। [42] যিহোৱাই মিচর দেশর পরা সিবিলাকক বাহির করার কারণে, সেয়ে তেওঁর উদ্দেশে অতিশয় পালনীয় রাতি; সেই রাতি ইস্রায়েলর সকলো সন্তানবিলাকর পুরুষানুক্রমে যিহোৱার উদ্দেশে সিবিলাকর অতিশয় পালনীয়।

[43] পাছে যিহোৱাই মোচি আরু হারোণক কলে, নিস্তার-পর্ব্বর বলির বিধি এই। আন জাতির কোনো লোকে তাক ভোজন নকরিব। [44] কিন্তু প্রতিজনর ধনে-কিনা বন্দীক যদি তুমি চুন্নৎ করা, তেহে সি ভোজন করিব পারিব। [45] প্রবাসী বা বেচ-খোৱা চাকরে হলে তাক খাব নোৱারিব। [46] তাক একেটা ঘরতে ভোজন করিব লাগিব; সেই মাংসর এফেরিও ঘরর বাহিরকৈ নিনিবা, আরু তার এডালি হাড়ো নেভাঙ্গিবা। [47] ইস্রায়েলর গোটেই মণ্ডলীয়ে তাক পালন করিব। [48] আরু তোমার লগত প্রবাসী কোনো বিদেশী লোকে যদি যিহোৱার নিস্তার-পর্ব্ব পালন করিব খোজে, তেন্তে তার ঘরর আটাইবিলাক পুরুষর চুন্নৎ হওক; তেতিয়াহে সি তাক পালন করিবলৈ ওচর চাপিব পারিব, আরু দেশত জন্মা লোকর নিচিনা হব; কিন্তু চুন্নৎ নোহোৱা কোনো লোকে তাক ভোজন করিব নেলাগে। [49] দেশত জন্মা লোকর নিমিত্তে, আরু তোমালোকর মাজত প্রবাসী হৈ থকা বিদেশী লোকর নিমিত্তেও একেটা বিধিয়েই হব। [50] তাতে ইস্রায়েলর সকলো সন্তানে সেই রূপে করিলে; মোচি আরু হারোণক দিয়া যিহোৱার আজ্ঞার দরেই করিলে। [51] এই রূপে যিহোৱাই সেই দিনাই ইস্রায়েলর সন্তানবিলাকক সৈন্য-শ্রেণীক্রমে মিচর দেশর পরা বাহির করি নিলে।

১৩ পাছে যিহোৱাই মোচিক কলে, [2] ইস্রায়েলর সন্তানবিলাকর মানুহরেই হওক বা পশুরেই হওক, গর্ভ ভেদ করি ওলোৱা সকলো প্রথম গর্ভফল মোর উদ্দেশে পবিত্র করা; সি মোরেই।

[3] পাছে মোচিয়ে লোকবিলাকক কলে, তোমালোকে বন্দী-ঘরস্বরূপ মিচরর পরা ওলাই অহা এই দিন সুঁৱরিবা; কিয়নো যিহোৱাই বাহুবলেরেই তোমালোকক তার পরা বাহির করি আনিলে; আরু খমীর দিয়া পিঠা ভোজন করা নহব। [4] আবীব মাহর এই দিনাই তোমালোক বাহির হৈ আহিছা। [5] আরু কনানীয়া, হিত্তীয়া, ইমোরীয়া, হিব্বীয়া, আরু যিবুচীয়া

লোকবিলাকৰ যি দেশ তোমালোকক দিবলৈ, যিহোৱাই তোমালোকৰ ওপৰ-পিতৃবিলাকৰ আগত শপথ কৰিছিল, সেই দুগ্ধ মধু বৈ থকা দেশত, যেতিয়া তেওঁ তোমালোকক সুমুৱাব, তেতিয়াও তোমালোকে এই মাহতে এই সেৱার কাৰ্য্য কৰিবা। [৬] সাদিনলৈকে খমীৰ নিদিয়া পিঠা ভোজন কৰিবা; আৰু সপ্তম দিনা যিহোৱাৰ উদ্দেশে উৎসৱ হব। [৭] সেই সাদিন খমীৰ নিদিয়া পিঠা ভোজন কৰিব লগিব; খমীৰ দিয়া কোনো পিঠা তোমালোকৰ তাত দেখা নেযাওক, আৰু তোমালোকৰ গোটেই সীমাৰ ভিতৰতো তোমালোকৰ তাত খমীৰ দেখা নেযাওক। [৮] আৰু সেই দিনা তুমি আপোন পুত্ৰক ইয়াকে জনাবা, যে, মিচৰৰ পৰা আমি ওলাই অহা সময়ত যিহোৱাই আমালৈ যি কৰিছিল, তাৰ কাৰণে ইয়াক কৰা হৈছে। [৯] আৰু যিহোৱাৰ ব্যৱস্থা যেন তোমাৰ মুখত থাকিব, এই নিমিত্তে, এয়ে চিনস্বৰূপে তোমাৰ হাতত, আৰু সোঁৱৰণৰ উপায়স্বৰূপে তোমাৰ দুই চকুৰ মাজত থাকিব; কিয়নো যিহোৱাই বাহুবলেৰেই মিচৰৰ পৰা তোমাক বাহিৰ কৰি আনিলে। [১০] এই হেতুকে তুমি বছৰে বছৰে নিৰূপিত সময়ত এই বিধি পালন কৰি থাকিবা।

[১১] আৰু যিহোৱাই তোমাৰ ও তোমাৰ ওপৰ-পিতৃবিলাকৰ আগত শপথ কৰাৰ দৰে, যেতিয়া তেওঁ তোমাক কনানীয়াবিলাকৰ দেশত সুমুৱাই সেই দেশ তোমাক দিব, [১২] তেতিয়া, গৰ্ভ ভেদ কৰি ওলোৱা সকলোকে, আৰু পশুৰো গৰ্ভ ভেদ কৰি ওলোৱা যি প্ৰথম গৰ্ভফল তোমালৈ হব, তাকো যিহোৱাৰ উদ্দেশে পৃথক কৰিবা; তেনেকুৱা মটাবোৰ যিহোৱাৰ হব। [১৩] কিন্তু গাধৰ হলে, গৰ্ভ ভেদ কৰি ওলোৱা প্ৰত্যেক পোৱালিৰ নিমিত্তে এটা মেৰ বা ছাগ পোৱালি দি তাক মুক্ত কৰিবা; যদি মুক্ত নকৰা, তেন্তে তাৰ ডিঙি ভাঙিবা; আৰু তোমাৰ পুত্ৰবিলাকৰ মাজত মানুহৰ প্ৰথমে জন্মা সকলোকে মুক্ত কৰিব লাগিব। [১৪] পাছে আগলৈ তোমাৰ পুত্ৰই ইয়াৰ নো অৰ্থ কি বুলি যেতিয়া তোমাক সুধিব, তেতিয়া তুমি তাক কবা, যে, যিহোৱাই বাহুবলেৰেই বন্দী-ঘৰস্বৰূপ মিচৰৰ পৰা আমাক উলিয়াই আনিলে; [১৫] আৰু যেতিয়া ফৰৌণে আমাক এৰি দিবলৈ আপোন মন কঠিন কৰিলে, তেতিয়া যিহোৱাই মানুহৰ প্ৰথমে জন্মাৰে পৰা পশুৰ প্ৰথমে জগালৈকে মিচৰ দেশৰ সকলো প্ৰথমে জন্মাবোৰৰ প্ৰাণ নষ্ট কৰিলে। এই হেতুকে, গৰ্ভ ভেদ কৰি ওলোৱা সকলো গৰ্ভফল মটা হলে, মই যিহোৱাৰ উদ্দেশে বলিদান কৰোঁ; কিন্তু মোৰ প্ৰথমে জন্মা পুত্ৰবিলাকক হলে, মুক্ত কৰোঁ। [১৬] এয়ে চিনস্বৰূপে তোমাৰ হাতত, আৰু ভূষণস্বৰূপে তোমাৰ দুই চকুৰ মাজত থাকিব; কিয়নো যিহোৱাই বাহুবলেৰেই আমাক মিচৰৰ পৰা বাহিৰ কৰি আনিলে।

**ইস্ৰায়েলৰ সন্তানবিলাকে চুফ সাগৰ পাৰ হৈ যোৱা।**
**ফৰৌণৰ সৈন্যসমূহৰ বিনাশ।**

[১৭] পাছে ফৰৌণে যেতিয়া লোকবিলাকক যাবলৈ এৰি দিলে, তেতিয়া পলেষ্টীয়াবিলাকৰ দেশেদি বাট চমু হোৱাতো, ঈশ্বৰে সিবিলাকক সেই বাটেদি নিনিলে; কিয়নো ঈশ্বৰে কলে, কিজানি যুদ্ধ দেখিলে লোকবিলাকে বেজাৰ পাই মিচৰলৈ উলটি যাব। [১৮] এই নিমিত্তে ঈশ্বৰে লোকবিলাকক চুফ সাগৰৰ অৰণ্যৰ বাটেদি ঘূৰাই নিলে; আৰু ইস্ৰায়েলৰ সন্তান-বিলাকে সুসজ্জিত হৈ মিচৰ দেশৰ পৰা যাত্ৰা কৰিলে। [১৯] আৰু মোচিয়ে যোচেফৰ অস্থিকো আপোনাৰ লগত ললে; কিয়নো তেওঁ ইস্ৰায়েলৰ সন্তানবিলাকক গুৰুতৰ শপথ কৰাই কৈছিল, ঈশ্বৰে তোমালোকলৈ অৱশ্যে দৃষ্টি কৰিব; তেতিয়া তোমালোকে আপোনাবিলাকৰ লগত মোৰ অস্থিকো ইয়াৰ পৰা লৈ যাবা। [২০] পাছে সিবিলাকে চুক্কোতৰ পৰা যাত্ৰা কৰি, অৰণ্যৰ দাঁতিত থকা এথমত ছাউনি পাতিলে। [২১] আৰু সিবিলাক দিনে-ৰাতিয়ে যাবৰ নিমিত্তে, যিহোৱাই দিনত সিবিলাকক বাট দেখুৱাবলৈ মেঘ-স্তম্ভত, আৰু ৰাতি সিবিলাকক পোহৰ দিবলৈ অগ্নি-স্তম্ভত সিবিলাকৰ আগে আগে চলি-ছিল। [২২] আৰু লোকবিলাকৰ আগৰ পৰা দিনত মেঘ-স্তম্ভ, আৰু ৰাতি অগ্নি-স্তম্ভ দূৰ নোহোৱা কৰিছিল।

## ১৪

পাছে যিহোৱাই মোচিক কলে, [২] ইস্ৰা-য়েলৰ সন্তানবিলাকে ঘূৰি গৈ, পী-হহীৰোতৰ আগত, মিগ্‌দোলৰে আৰু সাগৰৰে মাজত,

বাল-চফোনর সম্মুখত ছাউনি পাতিবলৈ তুমি সিবিলাকক কোৱাগৈ; তোমালোকে তার সম্মুখত সাগরর দাঁতিতে ছাউনি পাতিবাগৈ। ৩ তাতে ফরৌণে ইস্রায়েলর সন্তানবিলাকর বিষয়ে এই বুলি কব, সিহঁত দেশর মাজত আটকি আছে, অরণ্যই সিহঁতক বন্ধ করি রাখিছে। ৪ আরু ময় ফরৌণর মন কঠিন করিম; তাতে তেওঁ সিবিলাকর পাছে পাছে খেদি আহিব; তেতিয়া ময় ফরৌণর আরু তেওঁর সকলো সৈন্য-সমূহর দ্বারায় গৌরৱান্বিত হম; আরু ময় যে যিহোৱা, তাক মিচরীয়াহঁতে জানিবলৈ পাব। তেতিয়া সিবিলাকে সেই দরেই করিলে। ৫ পাছে লোকবিলাক পলাই গল বুলি মিচরর রজাক জনালত, ফরৌণর আরু তেওঁর পাত্রমন্ত্রী-বিলাকর মন লোকবিলাকলৈ বেলেগ হল; তাতে সিবিলাকে কলে, আমার বন্দীকামর পরা ইস্রায়েলক এরি দি আমি কি কাম করিলোঁ? ৬ তেতিয়া তেওঁ আপোনার রথ সজোৱালে, আরু আপোনার লোকবিলাকক লগত ললে; ৭ আরু তেওঁ মনোনীত ছশ রথ, আরু মিচরর আন আন আটাই রথ, আরু সেই সকলোবোরর ওপরত নিযুক্ত সেনাপতিবিলাককো ললে। ৮ এই রূপে যিহোৱাই মিচরর রজা ফরৌণর মন কঠিন করিলত, তেওঁ ইস্রায়েলর সন্তানবিলাকর পাছে পাছে খেদি গল; তেতিয়া ইস্রায়েলর সন্তান-বিলাক যিহোৱার পরাক্রমী বাহুরে ওলাই গৈছিল। ৯ এই রূপে মিচরীয়াহঁতে, অর্থাৎ ফরৌণর সকলো ঘোঁরা, রথ, আরু অশ্বারোহী আদি করি সৈন্যসামন্তই সিবিলাকর পাছে পাছে খেদি গৈ, বাল-চফোনর সম্মুখত পী-হহীরোতর ওচরত সাগরর দাঁতিত সিবিলাকে ছাউনি পাতি থকা ঠাইত, সিবিলাকর লগ ধরিলে। ১০ পাছে, ফরৌণ ওচর চাপিলত, ইস্রায়েলর সন্তানবিলাকে চকু তুলি চাই দেখিলে, যে, সিবিলাকর পাছে পাছে মিচরীয়াহঁত আহিছে; তাতে ইস্রায়েলর সন্তানবিলাকে অতিশয় ভয় পাই যিহোৱার আগত কাতরোক্তি করিলে। ১১ আরু সিবিলাকে মোচিক কলে, মিচরত মৈদাম নাই নে কি, যে, আমি অরণ্যত মরিবলৈ, তুমি আমাক আনিলা? তুমি আমাক মিচরর পরা উলিয়াই আনি, আমালৈ কিয় এনে-কুৱা করিলা? ১২ আমি মিচরতে তোমাক এই কথা কোৱা নাছিলোঁ নে, যে, আমাক মিচরীয়া-হঁতর বন্দীকাম করিবলৈকে এরি দিয়া? কিয়নো অরণ্যত মরাতকৈ মিচরীয়াহঁতর বন্দীকাম করাই আমালৈ ভাল আছিল। ১৩ পাছে মোচিয়ে লোকবিলাকক কলে, তোমালোকে ভয় নকরিবা, থিরে থাকা; যিহোৱাই আজি তোমালোকলৈ যি পরিত্রাণর কার্য্য সিদ্ধ করিব, তাক দেখিবা; কিয়নো এই যি মিচরীয়াবোরক আজি তোমা-লোকে দেখিছা, ইহঁতক আরু কেতিয়াও নেদেখিবা। ১৪ যিহোৱাই তোমালোকর নিমিত্তে যুদ্ধ করিব; তোমালোক হলে মনে মনে থাকিবা।

১৫ পাছে যিহোৱাই মোচিক কলে, তুমি মোলৈ কিয় কাতরোক্তি করিছা? ইস্রায়েলর সন্তানবিলাকক আগুৱাই যাবলৈ কোৱা। ১৬ আরু তুমি আপোনার লাখুটি লৈ সাগরর ওপরলৈ তোমার হাত মেলি, তাক দুভাগ করা; তাতে ইস্রায়েলর সন্তানবিলাকে শুকান বাটেদি সাগরর মাজলৈ সোমাব। ১৭ আরু দেখা, ময়, ময়েই মিচরীয়াহঁতর মন কঠিন করিম; তাতে সিহঁতেও সিবিলাকর পাছে পাছে সোমাব; তেতিয়া ময় ফরৌণর, আরু তেওঁর সকলো রথ ও অশ্বারোহী আদি করি সৈন্যবিলাকর দ্বারায় গৌরৱান্বিত হম। ১৮ তাতে, ফরৌণর, আরু তেওঁর রথ ও অশ্বারোহীবিলাকর দ্বারায় ময় গৌরৱান্বিত হলে, ময়েই যে যিহোৱা, ইয়াক মিচরীয়াহঁতে জানিব। ১৯ পাছে ঈশ্বরর যি দূত ইস্রায়েলর সৈন্যর আগে আগে গৈছিল, তেওঁ সিবিলাকর আগর পরা পাছলৈ গল; আরু মেঘ-স্তম্ভও সিবিলাকর আগর পরা পাছলৈ গৈ, ২০ মিচরীয়া সৈন্যসমূহ আরু ইস্রায়েলীয়া সৈন্যসমূহর মাজত থাকিলগৈ; সেয়ে ইদললৈ অন্ধকারময় মেঘ হল, কিন্তু সিদললৈ রাতি পোহর দিওঁতা হল; তাতে ওরেরাতি ইদলে সিদলর ওচর চাপি নগল। ২১ পাছে, মোচিয়ে সাগরর ওপরলৈ আপোনার হাত মেলিলত, যিহোৱাই সেই গোটেই নিশা পুব ফালর প্রবল বতাহেরে সাগর হোঁহোকাই নি, তাক শুকান ভূমি করিলে; তাতে পানী দুভাগ করা হল। ২২ তেতিয়া ইস্রায়েলর

সন্তানবিলাক শুকান বাটেদি সাগরর মাজলৈ সোমাল ; আরু সিবিলাকর সোঁহাতে ও বাঁওহাতে জলসমূহেই সিবিলাকলৈ গড়স্বরূপ হল। [২৩] পাছে মিচরীয়াবিলাক, অর্থাৎ ফরৌণর ঘোঁরা, রথ, আরু অশ্বারোহীবিলাক সিবিলাকর পাছে পাছে সাগরর মাজলৈকে সোমাই গল। [২৪] তেতিয়া রাতির শেষ পরত, যিহোৱাই অগ্নি আরু মেঘ-স্তম্ভর মাজর পরা মিচরীয়া সৈন্য-সমূহলৈ চাই, মিচরীয়া সৈন্যসমূহক ব্যাকুল করিলে ; [২৫] আরু তেওঁ সিহঁতর রথর ঘিলাবোরো সোলোকালত, সিহঁতে অতি কষ্টেরেহে রথ চলাব পারিলে। তেতিয়া মিচরীয়াবিলাকে কলে, আহাঁ, আমি ইস্রায়েলর সম্মুখর পরা পলাওঁহঁক ; কিয়নো যিহোৱাই সিহঁতর ফলীয়া হৈ, মিচরীয়াবিলাকর বিরুদ্ধে যুদ্ধ করিছে।

[২৬] পাছে যিহোৱাই মোচিক কলে, মিচরীয়া-হঁতর ওপরলৈ, সিহঁতর রথ আরু অশ্বারোহী-বিলাকর ওপরলৈ যেন পুনরায় জলসমূহ আহিব, এই নিমিত্তে তুমি সাগরর ওপরলৈ আপোন হাত মেলা। [২৭] পাছে মোচিয়ে সাগরর ওপরলৈ আপোনার হাত মেলিলত, রাতিপুৱা পরত সাগর পুনরায় সমান হল ; আরু মিচরীয়া-বিলাক পলাওঁতে তার সম্মুখত পড়িল ; এই রূপে যিহোৱাই মিচরীয়াবিলাকক সাগরর মাজত পেলালে। [২৮] আরু জলসমূহ উভটি আহি, রথ আরু অশ্বারোহীবিলাকক, অর্থাৎ সিবিলাকর পাছে পাছে সাগরত সোমোৱা ফরৌণর সকলো সৈন্যসমূহক ঢাকিলে ; তাতে সিহঁতর এটাও অবশিষ্ট নেথাকিল। [২৯] কিন্তু ইস্রায়েলর সন্তান-বিলাক সাগরর মাজেদি শুকান বাটে চলি গল ; আরু সিবিলাকর সোঁহাতে ও বাঁওহাতে জলসমূহ সিবিলাকলৈ গড়স্বরূপ হল। [৩০] এই রূপে সেই দিনা যিহোৱাই মিচরীয়াবিলাকর হাতর পরা ইস্রায়েলক পরিত্রাণ করিলে ; আরু ইস্রায়েলে মিচরীয়াবিলাকক সাগরর তীরত মরি মরি থকা দেখিলে। [৩১] আরু যিহোৱাই মিচরীয়া-বিলাকর বিরুদ্ধে এই যি মহৎ কর্ম্ম করিলে, তাক ইস্রায়েলে দেখিলে ; তাতে লোকবিলাকে যিহোৱালৈ ভয় করি, যিহোৱাত আরু তেওঁর দাস মোচিতো বিশ্বাস করিলে।

চুফ সাগরর দাঁতিত গোৱা মোচির গীত।

**১৫** তেতিয়া মোচি আরু ইস্রায়েলর সন্তান-বিলাকে যিহোৱার উদ্দেশে এই গীত গান করিলে ; সিবিলাকে কলে,

মই যিহোৱার উদ্দেশে গান করিম, কিয়নো
    তেওঁ মহাগৌরবান্বিত হল ;
তেওঁ ঘোঁরা আরু তাত উঠা জনকো সমুদ্রত
    পেলাই দিলে।
[২] যিহোৱা মোর বল আরু গান ;
তেওঁ মোর পরিত্রাণকর্ত্তা হল ;
তেওঁ মোর ঈশ্বর, মই তেওঁর প্রশংসা করিম ;
তেওঁ মোর পিতৃরো ঈশ্বর, মই তেওঁর গুণ
    গান করিম।
[৩] যিহোৱা পরাক্রমী যুদ্ধারু ;
যিহোৱা তেওঁর নাম।
[৪] তেওঁ ফরৌণর রথ আরু সৈন্যসমূহক সমুদ্রত
    পেলালে ;
তেওঁর মনোনীত সেনাপতিবিলাক চূফ সমু-
    দ্রত ডুবিল।
[৫] জলসমূহে সিহঁতক ঢাকিলে ;
শিলর দরে সিহঁত অগাধ জলর তলিলৈ
    গল।
[৬] হে যিহোৱা, তোমার সোঁ হাত পরাক্রমত
    মহিমান্বিত হল ;
হে যিহোৱা, তোমার সোঁ হাতে শত্রুক গুড়ি
    করিছে।
[৭] তুমি আপোন প্রচুর মহিমারে তোমার
    বিরুদ্ধে উঠাবোরক বিনষ্ট করিছা ;
তুমি পঠোৱা আপোন ক্রোধাগ্নিয়ে সিহঁতক
    নরার দরে ভস্ম করিছে।
[৮] তোমার নাকর নিশ্বাসতে জলসমূহ দ'ম
    খালে ;
সোঁতবোরো হাদামর দরে থিয় হৈ রল ;
সমুদ্র-গর্ভত অগাধ জলো গোট বান্ধিলে।
[৯] শত্রুৱে কৈছিল,
মই সিহঁতর পাছে পাছে খেদি যাম, সিহঁতক
    ধরিম, লুটদ্রব্য ভাগ করি লম ;
সিহঁতত মোর হাবিয়াহ পূর হব ;
মই তরোৱাল উলিয়াম, মোর হাতে সিহঁতক
    সংহার করিব।

[১০] তুমি আপোন বায়ুৰে ফুঁ দিলত সাগৰে
সিহঁতক ঢাকিলে;
সিহঁত সীহৰ দৰে মহাজলত তল গল।
[১১] হে যিহোৱা, দেৱতাবোৰৰ মাজত তোমাৰ
তুল্য কোন আছে?
পবিত্ৰতাত তোমাৰ নিচিনা আদৰণীয়ই
বা কোন?
প্ৰশংসাত ভয়ানক, আশ্চৰিত কৰ্ম্মকাৰীয়েই
বা কোন?
[১২] তুমি আপোন সোঁ হাত মেলিলতেই,
পৃথিবীয়ে সিহঁতক গ্ৰাস কৰিলে।
[১৩] তুমি উদ্ধাৰ কৰা আপোন লোকক নিজ
দয়াৰে চলাইছা;
তুমি আপোন পৰাক্ৰমেৰেই সিবিলাকক
তোমাৰ পবিত্ৰ নিবাসলৈ লৈ গৈছা।
[১৪] জাতিবিলাকে ইয়াকে শুনি কঁপিব
লাগিছে;
পলেষ্টীয়াবাসীবিলাকক ত্ৰাসে ধৰিছে।
[১৫] তাতেই ইদোমৰ গামবিলাক ব্যাকুল হল;
মোৱাবৰ পৰাক্ৰমীবিলাকক কঁপনিয়ে
ধৰিলে;
কনান্‌বাসী সকলোৰেই দ্ৰব হৈ গল।
[১৬] ভয় আৰু ত্ৰাসে সিহঁতক আক্ৰমণ কৰিছে;
তাতে, হে যিহোৱা, তোমাৰ লোকবিলাক
পাৰ নহয়মানে,
তুমি কিনা প্ৰজাবিলাক পাৰ নহয়মানে,
তোমাৰ বাহুবলৰ দ্বাৰায় সিহঁত শিলৰ দৰে
মনে মনে আছে।
[১৭] হে যিহোৱা, তুমি যি ঠাই তোমাৰ নিবাসৰ
অৰ্থে যুগুত কৰিলা,
হে প্ৰভো, যি ধৰ্ম্মধাম তুমি নিজ হাতেৰে
নিৰ্ম্মাণ কৰিলা,
তুমি অধিকাৰ কৰা সেই পৰ্ব্বতলৈ
সিবিলাকক নি তাত ৰুবাগৈ।
[১৮] যিহোৱাই যুগে যুগে অনন্ত কাল ৰাজত্ব
কৰিব।

[১৯] কিয়নো ফৰৌণৰ ঘোঁৰাবোৰ তেওঁৰ ৰথ আৰু অশ্বাৰোহীবিলাকে সৈতে সমুদ্ৰৰ মাজলৈ সোমালত, যিহোৱাই সমুদ্ৰৰ জল সিহঁতৰ ওপৰলৈ ওলোটাই আনিলে; কিন্তু ইস্ৰায়েলৰ সন্তান-বিলাক হলে, সমুদ্ৰৰ মাজেদি শুকান বাটে চলি গল। [২০] তেতিয়া হাৰোণৰ বায়েক মিৰিয়ম ভাববাদিনীয়ে আপোনাৰ হাতত খঞ্জৰি ললে; আৰু তেওঁৰ পাছে পাছে, আন সকলো তিৰুতা-বিলাকেও হাতে হাতে খঞ্জৰি লৈ, নাচি নাচি ওলাই গল। [২১] আৰু মিৰিয়মে লোকবিলাকৰ আগত গানৰ এই ধুৱা ধৰিলে,—

তোমালোকে যিহোৱাৰ উদ্দেশে গান কৰা,
কিয়নো তেওঁ মহাগৌৰবান্বিত হল;
তেওঁ ঘোঁৰা আৰু তাত উঠা জনকো সমুদ্ৰত
পেলাই দিলে।

চূফ সমুদ্ৰৰ তীৰৰ পৰা ইস্ৰায়েলৰ যাত্ৰা। বটা চৰাই আৰু মান্না দিয়া।

[২২] পাছে মোচিয়ে ইস্ৰায়েলক চূফ সাগৰৰ তীৰৰ পৰা যাত্ৰা কৰালত, সিবিলাকে চূৰ অৰণ্যত সোমাল; আৰু সেই অৰণ্যেদি তিন দিন গল, আৰু যাওঁতে পানী নেপালে। [২৩] পাছে সিবি-লাকে মাৰা পালত, মাৰাৰ পানী তিতা হোৱাৰ কাৰণে, তাক সিবিলাকে পান কৰিব নোৱাৰিলে; এই কাৰণে তাৰ নাম মাৰা [তিতা] ৰখা হল। [২৪] তেতিয়া লোকবিলাকে মোচিৰ অহিতে বকি বকি কলে, আমি কি পান কৰিম? [২৫] তাতে তেওঁ যিহোৱাৰ আগত কাতৰোক্তি কৰিলত, যিহোৱাই তেওঁক এজোপা গছ দেখুৱালে; তেতিয়া তেওঁ তাকে নি পানীত পেলাই দিলত, পানী মিঠা হল। সেই ঠাইতে যিহোৱাই সিবি-লাকৰ অৰ্থে এক বিধি আৰু শাসন-প্ৰণালী নিৰূপণ কৰিলে, আৰু সেই ঠাইত সিবিলাকক পৰীক্ষা কৰিলে; [২৬] আৰু তেওঁ কলে, তুমি যদি আপোন ঈশ্বৰ যিহোৱাৰ বাক্য আগ্ৰহেৰে শুনা, তেওঁৰ দৃষ্টিত যি উচিত তাক কৰা, আৰু তেওঁৰ আজ্ঞালৈ কাণ দি তেওঁৰ সকলো বিধি পালন কৰা, তেন্তে, ময় মিচৰীয়াহঁতক যি সকলো ৰোগ দিছিলোঁ, সেইবোৰৰ কোনো ৰোগ তোমাক নিদিম, কিয়নো ময় তোমাৰ আৰোগ্যকাৰী যিহোৱা।

[২৭] পাছে সিবিলাক এলীমত উপস্থিত হল; সেই ঠাইত পানীৰ বাৰটা ভুমুক, আৰু সত্তৰ জোপা খাজুৰ গছ আছিল; সিবিলাকে সেই ঠাইতে পানীৰ কামৰত ছাউনি পাতিলে। পাছে

১৬ ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীয়ে

এলীমর পরা যাত্রা করি, মিচর দেশর পরা ওলাই অহার পাছে, দ্বিতীয় মাহর পোন্ধের দিনর দিনা, এলীম আরু চীনয় এই দুয়োরো মাজত থকা চীন অরণ্য পালেগৈ। [২] তেতিয়া ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলীয়ে মোচি আরু হারোণর অহিতে অরণ্যত বকিবলৈ ধরিলে। [৩] আরু ইস্রায়েলর সন্তানবিলাকে তেওঁবিলাকক কলে, আমি যেতিয়া মঙহ রন্ধা পাত্রর ওচরত বহি হেঁপাহ নপলাইমানে আহার করিছিলোঁ, হায় হায়! আমি তেতিয়াই মিচর দেশতে যিহোবার হাতত মরা হলেই ভাল আছিল; কিয়নো, এই গোটেই সমাজক ভোকত মারিবলৈহে তোমালোকে আমাক এই অরণ্যলৈ উলিয়াই আনিলা। [৪] তেতিয়া যিহোবাই মোচিক কলে, লোকবিলাকে মোর ব্যবস্থাত চলিব নে নচলে, তার পরীক্ষা করিবর নিমিত্তে, দেখা,ময় তোমালোকলৈ আকাশর পরা পিঠা বরষাম, আরু লোকবিলাকে ওলাই গৈ দিনর আহার দিনে গোটাব। [৫] ষষ্ঠ দিনা সিবিলাকে যি আনিব, তাক যুগুত করিলে, দিনে দিনে যিমান গোটায়, তার দুগুণ হব। [৬] পাছে মোচি আরু হারোণে ইস্রায়েলর সকলো সন্তানবিলাকক কলে, গধূলি হলে, তোমালোকে জানিবা, যে, যিহোবাইহে তোমালোকক মিচরর পরা উলিয়াই আনিলে। [৭] আরু রাতিপুবা হলে, তোমালোকে যিহোবার প্রতাপ দেখিবলৈ পাবা; কিয়নো যিহোবার বিরুদ্ধে তোমালোকে যি বকিলা, তাক তেওঁ শুনিলে। আমি নো কোন, যে, তোমালোকে আমার বিরুদ্ধে বকা? [৮] মোচিয়ে আরু কলে, যেতিয়া যিহোবাই গধূলি পরত, তোমালোকক খাবলৈ মঙহ, আরু রাতিপুবা পরত, হেঁপাহ পলোবাকৈ পিঠা দিব, তেতিয়া দেখিবা। কিয়নো যিহোবার বিরুদ্ধে তোমালোকর যি বকনি, তাক তেওঁ শুনিলে। আমি নো কোন? তোমালোকর সেই বকনি আমার বিরুদ্ধে নহয়; যিহোবার বিরুদ্ধেহে হৈছে। [৯] আরু মোচিয়ে হারোণক কলে, তুমি ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলীক কোবা, তোমালোক যিহোবার আগলৈ চাপি আহাঁ; কিয়নো তেওঁ তোমালোকর বকনি শুনিলে। [১০] পাছে হারোণে ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলীক ইয়াকে কওঁতেই, সিবিলাকে মুখ ঘুরাই অরণ্যর ফাললৈ চাই দেখিলে, যে, মেঘ-স্তম্ভর মাজত যিহোবার প্রতাপ প্রকাশিত হৈছে। [১১] তাতে যিহোবাই মোচিক কলে, [১২] ময় ইস্রায়েলর সন্তানবিলাকর বকনি শুনিলোঁ; তুমি সিবিলাকক কোবা, গধূলি হলে, তোমালোকে মঙহ খাবলৈ পাবা, আরু রাতিপুবা হলে, হেঁপাহ পলোবাকৈ পিঠা খাবলৈ পাবা; তাতে, ময়েই যে তোমালোকর ঈশ্বর যিহোবা, ইয়াক তোমালোকে জানিবলৈ পাবা। [১৩] পাছে গধূলি হলত, বটা চরাইবোর আহি ছাউনি ঢাকি পড়িল। আরু রাতিপুবা ছাউনির চারিওফালে নিয়রর পড়িল। [১৪] পাছে পড়ি থকা সেই নিয়রবোর নাইকিয়া হলত, দেখা, গোট বন্ধা নিয়রর নিচিনা সরু এবিধ ঘুরণীয়া সরু সরু বস্তু গোটেইখন অরণ্যর ভূমিত পড়ি আছে। [১৫] তেতিয়া ইস্রায়েলর সন্তানবিলাকে তাকে দেখি ইজনে সিজনক কলে, মান-হূ? [এইয়া কি?] কিয়নো সেয়ে নো কি, তাক সিবিলাকে নেজানিলে। তেতিয়া মোচিয়ে সিবিলাকক কলে, এয়েই যিহোবাই তোমালোকক খাবলৈ দিয়া পিঠা। [১৬] যিহোবাই যি আজ্ঞা করিছিল, সেয়ে এই, তোমালোক প্রতিজনে আপুনি খাব পরা শক্তি অনুসারে তাক গোটোবা; তোমালোক প্রতিজনে আপোন আপোন তাম্বুত থকা প্রাণীবিলাকর সংখ্যা অনুসারে এক এক জনর নিমিত্তে এক এক ওমর পরিমাণে তাক গোটাই লোবা। [১৭] তাতে ইস্রায়েলর সন্তানবিলাকে সেই রূপেই করিলে; কোনোৱে অধিক, কোনোৱে তাকরকৈ গোটালে। [১৮] পাছে তাক ওমরত জুখিলত, যেয়ে অধিককৈ গোটালে, তার অতিরিক্ত নহল, আরু যেয়ে তাকরকৈ গোটালে, তারো অভাব নহল। সিবিলাক প্রতিজনে খাব পরা শক্তি অনুসারে গোটালে। [১৯] পাছে মোচিয়ে সিবিলাকক কলে, কোনেও রাতিপুবালৈ ইয়ার অবশিষ্ট নেরাখোক। [২০] তথাপি কোনো কোনোৱে মোচির কথা নুশুনি, রাতিপুবালৈ তার অবশিষ্ট রাখিলে; পাছে তাত পোক জন্মিল, আরু দুর্গন্ধও হল; তাতে মোচিয়ে সিবিলাকক খং করিলে। [২১] এই রূপে সিবিলাকে রাতিপুবা রাতিপুবা প্রতিজন মানুহে খাব পরা শক্তি অনুসারে তাক গোটাই

যায়; কিন্তু ৰ'দ উঠি আহিলে, সি পমি যায়। [22] পাছে ষষ্ঠ দিনা সিবিলাকে দুগুণ, অৰ্থাৎ প্ৰতিজনৰ নিমিত্তে দুই দুই ওমৰ পিঠা গোটালে; তাতে মণ্ডলীৰ সকলো অধ্যক্ষবিলাকে আহি মোচিক জনালে। [23] তেতিয়া তেওঁ সিবিলাকক কলে, যিহোৱাই কোৱা কথা এই, কাইলৈ সম্পূৰ্ণ বিশ্ৰামৰ বিশ্ৰাম-দিন, যিহোৱাৰ উদ্দেশে পবিত্ৰ বিশ্ৰাম-দিন; তোমালোকে যি তাজিব খোজা তাজা, যি সিজাব খোজা সিজোৱা; আৰু তাৰ যি অৱশিষ্ট থাকে, তাক ৰাতিপুৱাৰ নিমিত্তে থৈ দিবা। [24] পাছে সিবিলাকে মোচিৰ আজ্ঞাৰ দৰে, ৰাতিপুৱালৈ তাক থৈ দিলে; তথাপি তাত দুৰ্গন্ধ নহল, আৰু পোকো নহল। [25] পাছে মোচিয়ে কলে, আজি তাকে ভোজন কৰা; কিয়নো আজি যিহোৱাৰ উদ্দেশে বিশ্ৰাম-দিন; আজি পথাৰত তাক নেপাবা। [26] তোমালোকে ছদিন তাক গোটাবা; কিন্তু সপ্তম দিন বিশ্ৰাম-দিন; সেই দিনা তাক পোৱা নেযাব। [27] তথাপি সপ্তম দিনাও লোকবিলাকৰ মাজৰ কোনো কোনোৱে গোটাবলৈ ওলাই গল; কিন্তু একোকে নেপালে। [28] তেতিয়া যিহোৱাই মোচিক কলে, তোমালোকে মোৰ আজ্ঞা আৰু ব্যৱস্থাবোৰ পালন কৰিবলৈ কিমান কাল অমান্তি হৈ থাকিবা? [29] দেখা, যিহোৱাই তোমালোকক বিশ্ৰাম-দিন দিলে; এই হেতুকে তেওঁ ষষ্ঠ দিনা তোমালোকক দুদিনৰ আহাৰ দিয়ে; তোমালোক প্ৰতিজনে আপোন আপোন ঠাইতে থাকা; সপ্তম দিনা কোনেও আপোন আপোন ঠাইৰ পৰা বাহিৰলৈ ওলাই নেযাওক। [30] তেতিয়া লোকবিলাকে সপ্তম দিনা বিশ্ৰাম কৰিলে। [31] পাছে ইস্ৰায়েল বংশই সেই আহাৰৰ নাম মান্না ৰাখিলে; সেয়ে ধনীয়া গুটিৰ নিচিনা, আৰু বগা; আৰু তাৰ আস্বাদ মৌ মিহলোৱা পিঠাৰ সদৃশ আছিল। [32] পাছে মোচিয়ে কলে, যিহোৱাই কৰা আজ্ঞা এই, মই তোমালোকক মিচৰ দেশৰ পৰা বাহিৰ কৰি আনোতে, অৰণ্যত যি পিঠা তোমালোকক খুৱাইছিলোঁ, তাক যেন তোমালোকৰ ভাবি-বংশই দেখিবলৈ পাব, এই নিমিত্তে তাৰ পূৰা এক ওমৰ তোমালোকৰ পুৰুষানুক্ৰমে ৰাখি থবা। [33] তেতিয়া মোচিয়ে হাৰোণক কলে, তুমি এটা পাত্ৰ লৈ, তাত পূৰা এক ওমৰ মান্না ভৰাই, তোমালোকৰ পুৰুষানুক্ৰমে থাকিবলৈ, যিহোৱাৰ সন্মুখত থৈ দিয়াগৈ। [34] তেতিয়া, যিহোৱাই মোচিক দিয়া আজ্ঞাৰ দৰেই, সেয়ে সদায় থাকিবৰ নিমিত্তে, হাৰোণে তাক সাক্ষ্য-ফলিৰ আগত থৈ দিলেগৈ। [35] আৰু ইস্ৰায়েলৰ সন্তানবিলাকে নিবাসৰ দেশ নোপোৱালৈকে চল্লিশ বছৰ সেই মান্না খাইছিল; সিবিলাকে কনান দেশৰ সীমা নোপোৱালৈকে সেই মান্নাকেহে ভোজন কৰিছিল। [36] এক ওমৰ ঐফাৰ দহ ভাগৰ এভাগ।

লোকবিলাকক পানী দিয়া। অমালেকে সৈতে যুদ্ধ।

১৭ পাছে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীয়ে যিহোৱাৰ আজ্ঞাৰ দৰে, চীন অৰণ্যৰ পৰা যাত্ৰা কৰি, ৰব লগা ঠাইত থাকি থাকি ৰফীদীম পাই, তাত ছাউনি পাতিলেগৈ; কিন্তু সেই ঠাইতে লোকবিলাকে খাবলৈ পানী নাছিল। [2] এই কাৰণে লোকবিলাকে মোচিৰে সৈতে বিবাদ কৰি কলে, খাবলৈ আমাক পানী দিয়া। তাতে মোচিয়ে সিবিলাকক কলে, তোমালোকে কিয় মোৰে সৈতে বিবাদ কৰিছা? কিয় যিহোৱাৰ পৰীক্ষা কৰিছা? [3] তেতিয়া লোকবিলাকে সেই ঠাইত পানীৰ পিয়াহত ব্যাকুল হৈ, মোচিৰ অহিতে বকি কলে, তুমি আমাক, আমাৰ সন্তানবিলাকক, আৰু পশুবোৰকো পিয়াহত মাৰিবলৈ মিচৰৰ পৰা কিয় আমাক আনিলা? [4] তাতে মোচিয়ে যিহোৱাৰ আগত কাতৰোক্তি কৰি কলে, মই এই লোকবিলাকৰ অৰ্থে কি কৰিম? সিবিলাকে মোক শিল দলিয়াই মাৰিবলৈ প্ৰায় যুগুত আছে। [5] তেতিয়া যিহোৱাই মোচিক কলে, তুমি ইস্ৰায়েলৰ বৃদ্ধ লোকৰ কেইজনমানক লগত লৈ, লোকসমূহৰ সাক্ষাতে ওলাই যোৱা; আৰু তুমি যিহেৰে নদী প্ৰহাৰ কৰিছিলা, তোমাৰ সেই লাখুটিকো হাতত লৈ যোৱা। [6] দেখা, মই হোৰেবৰ সেই ঠাইত শিলটোৰ ওপৰত তোমাৰ সন্মুখত স্থিতি হমগৈ; তুমি সেই শিলটোতে প্ৰহাৰ কৰিবা, তাতে লোকবিলাকে খাবলৈ, তাৰ পৰা পানী ওলাব। তেতিয়া মোচিয়ে ইস্ৰায়েলৰ বৃদ্ধ লোকবিলাকৰ আগতে সেই ৰূপে কৰিলে। [7] তাতে ইস্ৰায়েলৰ সন্তানবিলাকে বিবাদ কৰাৰ নিমিত্তে, আৰু

যিহোৱা আমাৰ মাজত আছে নে নাই, এই কথা কৈ যিহোৱাৰ পৰীক্ষা কৰাৰ কাৰণেও, তেওঁ সেই ঠাইৰ নাম মচ্ছা আৰু মিৰীবা [পৰীক্ষা আৰু বিবাদ] ৰাখিলে।

৮ সেই সময়ত অমালেকে আহি ৰফীদীমত ইস্ৰায়েলে সৈতে যুদ্ধ কৰিলে। ৯ তাতে মোচিয়ে যিহোচূৱাক কলে, তুমি আমাৰ নিমিত্তে কেত-বিলাক মানুহ বাচি লৈ, অমালেকে সৈতে যুদ্ধ কৰিবলৈ ওলাই যোৱা; কাইলৈ ময় ঈশ্বৰৰ লাখুটি হাতত লৈ পৰ্ব্বতৰ টিঙত থিয় হমগৈ। ১০ তেতিয়া যিহোচূৱাই মোচিৰ আজ্ঞাৰ দৰেই কাৰ্য্য কৰি, অমালেকে সৈতে যুদ্ধ কৰিলে। পাছে মোচি, হাৰোণ, আৰু হূৰে পৰ্ব্বতৰ টিঙত উঠিলগৈ। ১১ তাতে মোচিয়ে আপোন হাত দাঙি থাকেমানে ইস্ৰায়েল জয়ী হয়; কিন্তু আপোন হাত নমালেই, অমালেক জয়ী হয়। ১২ এই ৰূপে কৰি কৰি মোচিৰ হাত ঠৰ হলত, তেওঁবিলাকে এচটা শিল আনি, তেওঁৰ ওচৰত থলে; আৰু তেওঁ তাৰ ওপৰত বহিলত, হাৰোণ আৰু হূৰে এজনে একালে, আন জনে আন কালে তেওঁৰ হাত দুখন ধৰি ৰাখিলে; তাতে বেলি মাৰ নোযোৱালৈকে তেওঁৰ হাত থিৰে থাকিলে। ১৩ এই হেতুকে যিহোচূৱাই অমালেক আৰু তাৰ লোকবোৰক তৰোৱালৰ ধাৰেৰে পৰাজয় কৰিলে। ১৪ পাছে যিহোৱাই মোচিক কলে, সোঁৱৰণৰ অৰ্থে এই কথা পুস্তকত লিখা, আৰু যিহোচূৱাৰ কাণত তাক শুনুৱা; কিয়নো ময় আকাশৰ তলৰ পৰা অমালেকৰ নাম নিচেইকৈ লুপ্ত কৰিম। ১৫ তেতিয়া মোচিয়ে এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰি, তাৰ নাম যিহোৱা-নিচ্চী [যিহোৱা মোৰ ধ্বজা] ৰাখিলে; আৰু তেওঁ কলে, যিহোৱাই শপথ কৰিলে; ১৬ পুৰুষানুক্ৰমে অমালেকে সৈতে যিহোৱাৰ যুদ্ধ হব।

### মোচিক দিয়া যিথ্ৰোৰ পৰামৰ্শ।

**১৮** পাছে, ঈশ্বৰে মোচিলৈ আৰু আপোন প্ৰজা ইস্ৰায়েললৈ যি যি কৰ্ম্ম কৰিলে, বিশেষকৈ যিহোৱাই মিচৰৰ পৰা ইস্ৰায়েলক যি ৰূপে বাহিৰ কৰি আনিলে, সেই সকলো কথা মোচিৰ শহুৰেক মিদিয়নীয়া পুৰোহিত যিথ্ৰোৱে শুনিবলৈ পালে। ২ তেতিয়া মোচিৰ শহুৰেক যিথ্ৰোৱে, আপোন ঘৰলৈ পঠোৱা মোচিৰ ভাৰ্য্যা চিপ্পোৰাক, আৰু তেওঁৰ দুজন পুত্ৰক লগত ললে। ৩ সেই দুজন পুত্ৰৰ এজনৰ নাম গেৰ্চোম, কিয়নো মোচিয়ে কৈছিল, ময় পৰৰ দেশত প্ৰবাসী হৈ আছোঁ। ৪ আৰু এজনৰ নাম ইলীয়েজৰ; কিয়নো তেওঁ কৈছিল, মোৰ পিতৃৰ ঈশ্বৰ মোৰ সহকাৰী হৈ, ফৰৌণৰ তৰোৱালৰ পৰা মোক উদ্ধাৰ কৰিলে। ৫ যিথ্ৰোৱে আপান জোঁৱায়েক মোচিৰ দুজন পুত্ৰক আৰু ভাৰ্য্যাক লগত লৈ, মোচিয়ে ঈশ্বৰৰ পৰ্ব্বতৰ যি ঠাইত ছাউনি পাতি থাকিছিল, সেই অৰণ্যত তেওঁৰ ওচৰ পালেগৈ। ৬ আৰু তেওঁ মোচিক এই সম্বাদ দিলে, বোলে, তোমাৰ শহুৰেৰা ময় যিথ্ৰোৱে তোমাৰ তিৰুতা, আৰু তায়ে সৈতে তাইৰ লৰা দুটীক তোমাৰ ওচৰলৈ লৈ আহিছোঁ। ৭ তেতিয়া মোচিয়ে আপোন শহুৰেকক আগ বঢ়াবৰ নিমিত্তে বাহিৰলৈ ওলাই গৈ, তেওঁক প্ৰণাম কৰি চুমা খালে; আৰু ইজনে সিজনে কুশলবাৰ্ত্তা সোধাসুধি কৰি, তেওঁবিলাক তাম্বুত সোমাল। ৮ পাছে যিহোৱাই ফৰৌণ আৰু মিচৰীয়াবিলাকলৈ ইস্ৰায়েলৰ নিমিত্তে যি যি কৰিছিল, আৰু বাটত সিবিলাকৰ যি যি ক্লেশ ঘটিছিল, আৰু যিহোৱাই যি ৰূপে সিবিলাকক উদ্ধাৰ কৰিলে, সেই সকলোৰে বৃত্তান্ত মোচিয়ে আপোন শহুৰেকক কলে। ৯ তাতে, যিহোৱাই মিচৰীয়াবিলাকৰ হাতৰ পৰা ইস্ৰায়েলক উদ্ধাৰ কৰি, সিবিলাকৰ যি যি মঙ্গল কৰিলে, সেই সকলোৰ কাৰণে যিথ্ৰোৱে আনন্দ পালে। ১০ আৰু যিথ্ৰোৱে কলে, যি জনাই মিচৰীয়াহঁতৰ হাতৰ পৰা, আৰু ফৰৌণৰ হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিলে, যি জনাই মিচৰীয়াহঁতৰ অধীনতাৰ পৰা লোকবিলাকক উদ্ধাৰ কৰিলে, সেই যিহোৱা ধন্য। ১১ যিহোৱা যে সকলো দেৱতাবোৰতকৈ মহান, তাক ময় এতিয়া জানিলোঁ; বিশেষকৈ, মিচৰীয়াহঁতে ইবিলাকৰ অহিতে গৰ্ব্ব কৰা বিষয়তেই তেওঁ মহান। ১২ পাছে মোচিৰ শহুৰেক যিথ্ৰোৱে ঈশ্বৰৰ উদ্দেশে এক হোমবলি, আৰু কেইটামান মঙ্গলাৰ্থক বলি আনি উৎসৰ্গ কৰিলে; আৰু হাৰোণ ও ইস্ৰায়েলৰ সকলো বৃদ্ধ লোকবিলাকে আহি, ঈশ্বৰৰ সম্মুখত মোচিৰ শহুৰেকে সৈতে

ভোজন করিলে। [১৩] তাৰ পাছদিনা মোচিয়ে লোকবিলাকৰ সোধ-বিচাৰ কৰিবলৈ বহিলত, ৰাতিপুৱাৰে পৰা সন্ধ্যালৈকে লোকবিলাক তেওঁৰ চাৰিওফালে থিয় হৈ আছিল। [১৪] পাছে, মোচিয়ে লোকবিলাকলৈ কৰা সকলো কৰ্ম্ম তেওঁৰ শহুৰেকে দেখি তেওঁক কলে, তুমি লোকবিলাকলৈ এইটো নো কি কৰ্ম্ম কৰিছা? তুমি কিয় অকলেই বহি থাকা, আৰু লোকবিলাক ৰাতিপুৱাৰ পৰা সন্ধ্যালৈকে তোমাৰ চাৰিওফালে থিয় হৈ থাকে? [১৫] তাতে মোচিয়ে আপোন শহুৰেকক কলে, তাৰ কাৰণ এই, ঈশ্বৰক কোনো কথা সুধিবলৈ লোকবিলাকে মোৰ ওচৰলৈ আহে; [১৬] সিবিলাকৰ কিবা কথা থাকিলে, তাক মোৰ ওচৰলৈ আনে, আৰু ময় গুচৰীয়া পদকীয়াৰ মাজত সোধ-বিচাৰ কৰোঁ; আৰু ময় ঈশ্বৰৰ বিধি আৰু ব্যৱস্থাবোৰ বুজাই দিওঁ। [১৭] তেতিয়া মোচিৰ শহুৰেকে মোচিক কলে, [১৮] তুমি এই যি কৰ্ম্ম কৰিছা, ই ভাল নহয়; ইয়াতে তুমি আৰু তোমাৰ লগৰ এই লোকবিলাকো নিচেইকৈ হঁত হৈ যাবা; কিয়নো এই কাৰ্য্য তোমাৰ শক্তিৰ অতিৰিক্ত; তুমি অকলেই তাক চলাব নোৱাৰা। [১৯] এতেকে মোৰ কথা শুনা, ময় তোমাক বুদ্ধি দিওঁ, আৰু ঈশ্বৰো তোমাৰ সহায় হওক; তুমি ঈশ্বৰৰ সন্মুখত লোকবিলাকৰ প্ৰতিনিধি হৈ, সিবিলাকৰ কথা ঈশ্বৰক জনোৱা। [২০] আৰু তুমি সিবিলাকক বিধি আৰু ব্যৱস্থাবোৰ শিকোৱা; আৰু সিবিলাকে চলিব লগীয়া পথ আৰু কৰিব লগীয়া কৰ্ম্মকো সিবিলাকক দেখুউৱা। [২১] আৰু তুমি এই লোকবিলাকক মাজৰ পৰা কৰ্ম্ম-নিপুণ, ঈশ্বৰ-ভয়কাৰী, সত্যবাদী, আৰু লোভ-ঘৃণাকাৰী মানুহবিলাকক মনোনীত কৰি, লোক-বিলাকৰ ওপৰত সহস্ৰপতি, শতপতি, পঞ্চাশ-পতি, আৰু দশপতি কৰি নিযুক্ত কৰা; [২২] সিবি-লাকে সকলো সময়ত লোকবিলাকৰ সোধ-বিচাৰ কৰোক; কোনো ডাঙৰ বিচাৰ হলে, তোমাৰ ওচৰলৈ তাক আনিব, কিন্তু সৰু সৰু বিচাৰ-বোৰ হলে সিবিলাকে নিজেই কৰিব; এই ৰূপে সিবিলাকে তোমাৰে সৈতে ভাৰ বলে, তোমালৈ লঘু হব। [২৩] তুমি যদি এই কৰ্ম্ম কৰা, আৰু ঈশ্বৰে তোমাক এই ৰূপে আজ্ঞাও দিয়ে, তেতিয়া তুমি সহিব পাৰিবা, আৰু এই লোক-বিলাক কুশলে আপোনাবিলাকৰ ঠাইলৈ যাব। [২৪] তাতে মোচিয়ে আপোন শহুৰেকৰ কথা শুনি, [২৫] তেওঁ কোৱাৰ দৰেই চলি, সমুদায় ইস্ৰায়েলৰ মাজৰ পৰা কৰ্ম্ম-নিপুণ মানুহবিলাকক মনোনীত কৰি, লোকবিলাকৰ ওপৰত সহস্ৰপতি, শতপতি, পঞ্চাশপতি, আৰু দশপতি, এই এই প্ৰধান লোক নিযুক্ত কৰিলে। [২৬] তাতে সিবিলাকে সকলো সময়তে লোকবিলাকৰ সোধ-বিচাৰ কৰে; টান টান বিচাৰ সিবিলাকে মোচিৰ আগলৈ নিয়ে, কিন্তু সৰু সৰু বিচাৰবোৰ হলে, সিবিলাকে নিজে নিজেই কৰে। [২৭] পাছে মোচিয়ে শহুৰেকক বিদায় দিলত, তেওঁ আপোন দেশলৈ গুচি গল।

ঈশ্বৰৰ ব্যৱস্থাৰ অৰ্থে লোকবিলাকক যুগুত কৰোৱা।

**১৯** ইস্ৰায়েলৰ সন্তানবিলাকে মিচৰ দেশৰ পৰা ওলাই যোৱাৰ পাছে, তৃতীয় মাহৰ প্ৰথম দিনাই সিবিলাকে চীনয় অৰণ্য পালেগৈ। [২] সিবিলাকে ৰফীদীমৰ পৰা যাত্ৰা কৰি, চীনয় অৰণ্য পাই সেই অৰণ্যতে ছাউনি পাতিলে; ইস্ৰায়েলে সেই ঠাইতে পৰ্ব্বতৰ সন্মুখত ছাউনি স্থাপন কৰিলে। [৩] পাছে মোচিয়ে ঈশ্বৰৰ ওচৰলৈ উঠি গলত, যিহোৱাই পৰ্ব্বতৰ পৰা তেওঁক মাত লগাই কলে, তুমি যাকোবৰ বংশক এই কথা কোৱা, আৰু ইস্ৰায়েলৰ সন্তানবিলাকক ইয়াক জনোৱা, ময় মিচৰীয়াহঁতলৈ যি কৰিলোঁ, [৪] আৰু যেনেকৈ কুৰৰ পক্ষীৰ ডেউকাৰ দ্বাৰায়, তেনেকৈ তোমালোকক বৈ যে নিজৰ ওচৰলৈ আনিলোঁ, তাক তোমালোকে দেখিলা। [৫] আৰু এতিয়া যদি তোমালোকে নিশ্চয়ে মোৰ কথা শুনা; আৰু মোৰ নিয়মটো পালন কৰা, তেন্তে, তোমা-লোক সকলো জাতিবিলাকৰ মাজৰ পৰা মোৱা মোৰ বিশেষ স্বত্ব থকা ধনস্বৰূপ লোক হবা; কিয়নো সমুদায় পৃথিবী মোৰেই। [৬] আৰু মোৰ নিমিত্তে তোমালোক ৰাজকীয় পুৰোহিতসমূহ আৰু পবিত্ৰ জাতি হবা। এইবোৰ কথা তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা। [৭] পাছে মোচিয়ে আহি লোকবিলাকৰ বৃদ্ধ লোকক মাতি নি, যিহোৱাই তেওঁক আজ্ঞা কৰা সেই সকলো কথা সিবিলাকৰ আগত প্ৰকাশ কৰিলে।

[৮]তাতে সমুদায় লোকে একে লগে উত্তর দি কলে, যিহোবাই যি যি কৈছে, সেই সকলোকে আমি করিম। তেতিয়া মোচিয়ে যিহোবার আগত লোকবিলাকর কথা জনালে। [৯] তাতে যিহোবাই মোচিক কলে, দেখা, লোকবিলাকে তোমার লগত মষ কথা হোবা শুনিবলৈ পাই তোমাত যেন সদায় বিশ্বাস করিব, এই নিমিত্তে মষ ঘোর মেঘত তোমার ওচরলৈ আহিম। পাছে মোচিয়ে যিহোবার আগত লোকবিলাকর কথা কলত, [১০] যিহোবাই মোচিক কলে, তুমি লোকবিলাকর ওচরলৈ গৈ, আজি আরু কাইলৈ সিবিলাকক পবিত্র করা, আরু সিবিলাকে আপোন আপোন কাপরকানি ধুই, [১১]তৃতীয় দিনর নিমিত্তে সিবিলাক যুগুত হওক ; কিয়নো তৃতীয় দিনা যিহোবা সকলো লোকবিলাকর সাক্ষাতে চীনয় পর্ব্বতর ওপরলৈ নামি আহিব। [১২] আরু তুমি লোকবিলাকলৈ চারিওফালে সীমা নিরূপণ করি এই কথা কোবা, তোমালোক পর্ব্বতত নুঠিবলৈ, আরু তার সীমা নুচুবলৈ সাবধান হোবা ; যি কোনোবে পর্ব্বত চুব, তার অবশ্যে প্রাণদণ্ড হব ; [১৩] কোনোবে সেই মানুহক হাতেরে নুচুব, কিন্তু শিলর দলিত বা কাঁরর দ্বারায় তাক মরা হব ; পশু হওক, বা মানুহেই হওক, সি জীয়াই নেথাকিব ; যেতিয়া দীঘলীয়াকৈ শিঙ্গা বাজিব, তেতিয়া সিবিলাক পর্ব্বতলৈ উঠিব। [১৪] পাছে মোচিয়ে পর্ব্বতর পরা নামি, লোকবিলাকর ওচরলৈ আহি লোকবিলাকক পবিত্র করিলে ; আরু সিবিলাকে আপোন আপোন কাপরকানিও ধুলে। [১৫] আরু তেওঁ লোকবিলাকক কলে, তোমালোক তৃতীয় দিনর নিমিত্তে যুগুত হোবা ; তিরুতার ওচরলৈ নেযাবা। [১৬] পাছে তৃতীয় দিনা রাতি পুবালত, মেঘ-গর্জ্জন, বিজুলী, পর্ব্বতর ওপরত ঘোর মেঘ, আরু অতিশয় ভয়ানক শিঙ্গা-ধ্বনি হল ; তাতে ছাউনিত থকা সমুদায় লোক কঁপিব ধরিলে। [১৭] পাছে মোচিয়ে ঈশ্বরর সম্মুখলৈ লোকবিলাকক ছাউনির পরা উলিয়াই নিলত, সিবিলাক পর্ব্বতর তল ভাগত থিয় হলগৈ। [১৮] তেতিয়া যিহোবা চীনয় পর্ব্বতর ওপরলৈ অগ্নিত নামি অহাত, সেই গোটেই পর্ব্বত ধুঁবাময় হল ; আরু অগ্নিকুণ্ডর ধুঁবার নিচিনাকৈ তার ধুঁবা উঠিল, আরু গোটেই পর্ব্বত বড়কৈ কঁপিব ধরিলে। [১৯] পাছে শিঙ্গা-ধ্বনি অতিশয়রূপে বাঢ়ি গলত, মোচিয়ে কথা কলে, আরু ঈশ্বরে আকাশী-বাণীরে তেওঁক উত্তর দিলে। [২০] এই রূপে যিহোবা চীনয় পর্ব্বতলৈ পর্ব্বতর টিঙলৈ নামিল ; আরু যিহোবাই মোচিক পর্ব্বতর টিঙলৈকে মাতিলত, তেওঁ উঠি গল। [২১] তেতিয়া যিহোবাই মোচিক কলে, লোকবিলাকে চাবর নিমিত্তে যিহোবার ওচরলৈ যেন সীমা লঙ্ঘন করি নাহে, আরু সিহঁতর অনেক লোক যেন বিনষ্ট নহয়, এই নিমিত্তে তুমি নামি গৈ সিবিলাকক শকত আজ্ঞা দিয়া। [২২]আরু যি পুরোহিতবিলাক যিহোবার ওচরলৈ আহে, সিবিলাকক যিহোবাই যেন আক্রমণ নকরে, এই নিমিত্তে সিবিলাকেও আপোনাবিলাকক পবিত্র করোক। [২৩]তাতে মোচিয়ে যিহোবাক কলে, লোকবিলাক চীনয় পর্ব্বতর ওপরলৈ আহিব নোবারে ; কিয়নো, পর্ব্বতর সীমা নিরূপণ করি তাক পবিত্র করা বুলি তুমি আমাক শকত আজ্ঞা দিছিলা। [২৪] তেতিয়া যিহোবাই তেওঁক কলে, যোবা, তুমি নামি যোবা ; পাছে উঠি আহিবা, আরু হারোণো তোমার লগত আহোক ; কিন্তু পুরোহিতবিলাকে আরু লোকবিলাকে হলে, যিহোবাই সিবিলাকক আক্রমণ নকরিবর নিমিত্তে, যিহোবার ওচরলৈ উঠি আহিবলৈ সীমা লঙ্ঘন নকরোক। [২৫]তেতিয়া মোচিয়ে লোকবিলাকর ওচরলৈ নামি আহি, সিবিলাকর আগত সেই কথা কলে।

ঈশ্বরে দহোটা আজ্ঞা দিয়া।

২০ পাছে ঈশ্বরে এই সকলো কথা কলে, বোলে, [২]বন্দী-ঘরস্বরূপ মিচর দেশর পরা তোমাক উলিয়াই অনা তোমার ঈশ্বর যিহোবা মষেই।

[৩] মোর আগত তোমার আন কোনো দেবতা নেথাকোক।

[৪]তুমি আপোনালৈ কোনো কটা-প্রতিমা, বা ওপরত থকা স্বর্গত, তলত থকা পৃথিবীত, আরু পৃথিবীর তলত থকা পানীত যি যি আছে, সেইবোরর আকৃতিরে কোনো মূর্ত্তি নেসাজিবা। [৫] সেইবোরর আগত তুমি প্রণিপাত নকরিবা, আরু সেইবোরক সেবাপূজাও নকরিবা ; কিয়নো তোমার ঈশ্বর যিহোবা মষ আপোন মর্য্যাদা

ৰখাত উদ্যোগী ঈশ্বর, মোক ঘিণাওঁতাবোরর তৃতীয় চতুর্থ পুরুষলৈকে, সন্তানবিলাকর ওপরত পিতৃবিলাকর অপরাধর প্রতিফল দিওঁতা, [৬] আরু মোক প্রেম করা ও মোর আজ্ঞা পালন করা-বিলাকর হাজার হাজার পুরুষলৈকে দয়া করোঁতা ঈশ্বর।

[৭] তুমি আপোন ঈশ্বর যিহোৱার নাম অনর্থক-রূপে নলবা; কিয়নো, যি কোনোৱে তেওঁর নাম অনর্থকরূপে লয়, যিহোৱাই তাক নির্দ্দোষী নকরিব।

[৮] তুমি বিশ্রাম-দিন সোঁৱরণ করি পবিত্র করা। [৯] ছদিন পরিশ্রম করি তোমার সকলো কার্য্য করা; [১০] কিন্তু সপ্তম দিন তোমার ঈশ্বর যিহোৱার উদ্দেশে বিশ্রাম-দিন; সেই দিনা তুমি, তোমার পো বা জী, তোমার বন্দী বা বেটী, তোমার পশু বা তোমার নগরর দুৱারর ভিতরত থকা বিদেশী, কোনোৱে একো কাম নকরিবা; [১১] কিয়নো যিহোৱাই আকাশ-মণ্ডল, পৃথিবী, সমুদ্র, আরু সেইবোরত থকা সকলোকে ছদিনে নির্ম্মাণ করি, সপ্তম দিনা বিশ্রাম করিলে; এই হেতুকে যিহোৱাই বিশ্রাম-দিনক আশীর্ব্বাদ করি পবিত্র করিলে।

[১২] তোমার ঈশ্বর যিহোৱাই তোমাক যি দেশ দিছে, সেই দেশত তোমার আয়ুষ দীঘল হবর নিমিত্তে, তুমি আপোন পিতৃ-মাতৃক সম্মান করিবা।

[১৩] তুমি নর-বধ নকরিবা।

[১৪] তুমি পরস্ত্রী গমন নকরিবা।

[১৫] তুমি চুর নকরিবা।

[১৬] তুমি লোকর অহিতে মিছা সাক্ষ্য নিদিবা।

[১৭] তুমি লোকর ঘরলৈ লোভ নকরিবা; লোকর তিরুতা, বা বন্দী, বা বেটী, বা তার গরু, বা তার গাধ, বা তার আন কোনো বস্তুলৈকে লোভ নকরিবা।

[১৮] তেতিয়া সকলো লোকে মেঘ-গর্জ্জন, বিজুলী, শিঙ্গা-ধ্বনি, আরু পর্ব্বত ধোঁৱাময় হোৱা দেখিলে; তাকে দেখি লোকবিলাকে কম্পমান হৈ দূরৈত থিয় হলগৈ। [১৯] পাছে সিবিলাকে মোচিক কলে, তুমিয়েই আমাক কথা কোৱা, আমি তাক শুনিম; কিন্তু ঈশ্বরে আমাক কথা নকওক, কলে আমি মরিম। [২০] তাতে মোচিয়ে লোকবিলাকক কলে, ভয় নকরিবা; তোমালোকক পরীক্ষা করিবর নিমিত্তে, আরু তেওঁলৈ যি ভয়, তোমালোকে পাপ নকরিবর অর্থে সেয়ে যেন তোমালোকর আগত থাকে, এই নিমিত্তে ঈশ্বর আহিল। [২১] তেতিয়া লোকবিলাক দূরৈতে থিয় হৈয়েই আছিল; কিন্তু মোচি হলে, যি ঠাইত ঈশ্বর আছিল, সেই ঘোর অন্ধকারর ওচরলৈকে চাপি গল।

ইস্রায়েলর সন্তানবিলাকে পালন করিব লগীয়া নানা বিধি।

[২২] পাছে যিহোৱাই মোচিক কলে, তুমি ইস্রায়েলর সন্তানবিলাকক এই কথা কোৱা, ময় যে আকাশর পরা তোমালোকক কথা কলোঁ, ইয়াক তোমালোকে নিজে দেখিলা। [২৩] তোমা-লোকে মোকো লগ করি সেৱা করিবলৈ, একো নেসাজিবা; আপোনাবিলাকর নিমিত্তে রূপর বা সোণর দেৱমূর্ত্তি নেসাজিবা। [২৪] তুমি মোর নিমিত্তে মাটিরে এটা যজ্ঞবেদি নির্ম্মাণ করিবা, আরু তার ওপরতে তোমার হোম-বলি আরু মঙ্গলার্থক বলি, তোমার মের, ছাগ, আরু গরু উৎসর্গ করিবা; যি যি ঠাইত ময় আপোন নাম সোঁৱরণ করাম, সেই সকলো ঠাইতে ময় তোমার ওচরলৈ আহি তোমাক আশীর্ব্বাদ করিম। [২৫] আরু তুমি যদি মোর অর্থে শিলর যজ্ঞবেদি নির্ম্মাণ করা, তেন্তে তুমি তাক কটা-শিলেরে নকরিবা; কিয়নো, তার ওপরত যদি তুমি আপোন অস্ত্র লগোৱা, তেন্তে তুমি তাক অপবিত্রহে করিবা। [২৬] আরু মোর বেদির ওপরত তোমার উলঙ্গত যেন দেখা নেযায়, এই নিমিত্তে তুমি তালৈ খট্‌খটিয়েদি নুঠিবা।

## ২১

তুমি যি যি শাসন-প্রণালী সিবিলাকর আগত প্রকাশ করিবা, সেয়ে এই,

[২] তুমি কোনো ইব্রীয়া বন্দী কিনি ললে, সি ছবছর বন্দী হৈ থাকিব; কিন্তু সপ্তম বছরত সি বিনামূল্যে মুক্ত হৈ ওলাই যাব। [৩] সি যদি অকলে আহে, তেন্তে সি অকলে যাব; আরু যদি সি তিরুতাই সৈতে আহে, তেন্তে তার তিরুতাও তার লগত যাব। [৪] যদি তার প্রভুৱে তাক এজনী তিরুতা বিয়া করাই দিয়ে, আরু তাই তালৈ লরা বা ছোৱালী প্রসব করে, তেন্তে, সে[ই]

তিৰুতা আৰু তাইৰ সন্তানবিলাকৰ ওপৰত তাইৰ প্ৰভুৰ স্বত্ব থাকিব, আৰু সি অকলে ওলাই যাব। [৫] কিন্তু সেই বন্দীয়ে যদি স্পষ্টৰূপে কয়, যে, মই আপোন প্ৰভু, আপোন তিৰুতা, আৰু সন্তান-বিলাকক প্ৰেম কৰোঁ, মুক্ত হৈ নেযাওঁ, [৬] তেন্তে তাৰ প্ৰভুৱে তাক ঈশ্বৰৰ ওচৰলৈ লৈ যাব, আৰু তাক দুৱাৰ বা দুৱাৰৰ চৌকাঠৰ দুই দাঁতিৰ এডাললৈ নি, তাৰ প্ৰভুৱে বিন্ধনাৰে তাৰ কাণ বিন্ধিব; তেতিয়াৰে পৰা সি সদায় সেই প্ৰভুৰ বন্দী হৈ থাকিব।

[৭] আৰু কোনো মানুহে যদি আপোন জীয়েকক বেটী হবলৈ বেচে, তেন্তে বন্দীবিলাকৰ দৰে তাই ওলাই নেযাব। [৮] তাইৰ প্ৰভুৱে তাইক নিজে বিয়া কৰিবলৈ প্ৰতিজ্ঞা কৰিও, পাছত যদি তাইলৈ অসন্তুষ্ট হয়, তেন্তে সি তাইক মুক্ত হবলৈ দিব; তাইক ছল কৰাত, সি তাইক অন্য জাতি লোকলৈ বেচিবৰ অধিকাৰ নেথাকিব। [৯] নাইবা সেই প্ৰভুৱে যদি আপোন পুতেকৰ নিমিত্তে তাইক প্ৰতিজ্ঞা কৰি লয়, তেন্তে সি তাইলৈ জীয়েকৰ নিয়মৰ দৰে ব্যৱহাৰ কৰিব। [১০] যদি সি তাৰ নিমিত্তে আৰু এজনী আনে, তেন্তে সি সিজনীৰ অন্ন, বস্ত্ৰ, আৰু স্ত্ৰীপুৰুষৰ ব্যৱহাৰৰ বিষয়ে ত্ৰুটি কৰিব নোৱাৰিব। [১১] যদি সি তাইলৈ এই তিনিওটা নকৰে, তেন্তে সেই তিৰুতা এনেই ওলাই যাব, ধন নেলাগিব।

[১২] কোনো লোকে যদি কোনো মানুহক এনেকৈ মাৰে, যে, তাতেই সি মৰি যায়, তেন্তে অৱশ্যে তাৰ প্ৰাণদণ্ড হব। [১৩] আৰু যদি কোনো মানুহে কোনো জনক বধ কৰিবলৈ উপায় নিবিচাৰে, কিন্তু ঈশ্বৰে তাক তাৰ হাতত মৰিবলৈ দিয়ে, তেন্তে যি ঠাইলৈ সি পলাই যাব পাৰে, এনে ঠাই মই তোমাৰ নিমিত্তে নিৰূপণ কৰিম। [১৪] কিন্তু যদি কোনোবাই ছলেৰে দুঃসাহীয়াল হৈ কোনো লোকক বধ কৰে, তেন্তে তাৰ প্ৰাণদণ্ড কৰিবৰ নিমিত্তে, তাক মোৰ যজ্ঞবেদিৰ ওচৰৰ পৰাই লৈ যাবা।

[১৫] আৰু যি কোনোৱে আপোন বাপেক বা মাকক প্ৰহাৰ কৰে, তাৰ অৱশ্যে প্ৰাণদণ্ড হব।

[১৬] আৰু কোনোৱে যদি কোনো মানুহক চুৰ কৰি নি বেচে, বা তাৰ হাতত তাক পোৱা যায়, তেন্তে তাৰো অৱশ্যে প্ৰাণদণ্ড হব।

[১৭] আৰু যি কোনোৱে আপোন বাপেকক বা মাকক শাও দিয়ে, অৱশ্যে তাৰো প্ৰাণদণ্ড হব।

[১৮] আৰু মানুহবিলাকে বিবাদ কৰোঁতে, এজনে আন জনক শিল দলিয়ালে বা ভুকু মাৰিলে সি যদি নমৰি শয্যাগত হয়, [১৯] কিন্তু পাছত উঠি লাখুটিত ভৰ দি বাহিৰত ফুৰে, তেন্তে সেই প্ৰহাৰক নিৰ্দ্দোষী হব; কেৱল তাৰ কাম খতি হোৱাৰ বেচ, আৰু তাক সম্পূৰ্ণকৈ চিকিৎসা কৰাৰ খৰছ দিব লাগিব।

[২০] আৰু কোনোৱে আপোন বন্দী বা বেটীক লাখুটীৰে মাৰোঁতে, সি যদি তাৰ হাতত মৰে, তেন্তে সি অৱশ্যে দণ্ড পাব। [২১] কিন্তু সি যদি দুই এক দিন জীয়াই থাকে, তেন্তে সি দণ্ড নেপাব; কিয়নো সি তাৰ ধনস্বৰূপ।

[২২] পুৰুষবিলাকে বিবাদ কৰি কোনো গৰ্ত্ত-ৱতী তিৰুতাক ঠেলা মাৰোঁতে, যদি তাইৰ গৰ্ত্তপাত হয়, কিন্তু পাছত আৰু কোনো আপদ নঘটে, তেন্তে সেই তিৰুতাৰ গিৰিয়েকে নিৰূপণ কৰাৰ দৰে তাক জৰীমানা কৰা হব; আৰু সি বিচাৰকৰ্ত্তাবিলাকৰ বিচাৰমতে ধন দিব। [২৩] কিন্তু যদি কিবা আপদ ঘটে, তেন্তে প্ৰাণৰ সলনি প্ৰাণ, [২৪] চকুৰ সলনি চকু, দাঁতৰ সলনি দাঁত, হাতৰ সলনি হাত, ভৰিৰ সলনি ভৰি, [২৫] পোৰাৰ সলনি পোৰা, ঘাৰ সলনি ঘা, সাঁচৰ সলনি সাঁচ তুমি দিব লাগিব।

[২৬] আৰু কোনোৱে আপোন বন্দী কি বেটীৰ চকুত মাৰোঁতে, যদি সেয়ে নষ্ট হয়, তেন্তে তাৰ চকুৰ নিমিত্তে সি তাক মুকলি কৰি পঠাই দিব। [২৭] আৰু সি যদি মাৰি আপোন বন্দী বা বেটীৰ দাঁত সৰায়, তেন্তে সেই দাঁতৰ কাৰণে সি তাক মুকলি কৰি পঠাই দিব।

[২৮] আৰু গৰুৱে কোনো পুৰুষ বা তিৰুতা মানুহক শিঙেৰে খোঁচোতে, সি যদি মৰে, তেন্তে লোকবিলাকে সেই গৰুক অৱশ্যে শিল দলিয়াই বধ কৰিব, আৰু তাৰ মাংস খোৱা নেযাব; কিন্তু গৰুৰ গৰাকী নিৰ্দ্দোষী হব। [২৯] কিন্তু যদি সেই গৰুৱে আগে-পিছে শিঙেৰে খোঁচে, আৰু তাৰ প্ৰমাণ যদি তাৰ গৰাকীৰ আগত দিয়া হয়, আৰু গৰাকীয়ে তাক সাৱধানে নৰখাত, যদি সি কোনো পুৰুষক বা তিৰুতা মানুহক খুঁচি মাৰে, তেন্তে সেই গৰুক শিল দলিয়াই বধ কৰা হব,

আৰু তাৰ গৰাকীৰো প্ৰাণদণ্ড হব। ৩০ যদি তাৰ নিমিত্তে প্ৰায়শ্চিত্ত নিৰূপিত হয়, তেন্তে নিৰূপণ কৰাৰ দৰে, তাৰ প্ৰাণৰ মুক্তিৰ নিমিত্তে সি সকলো মূল্য দিব। ৩১ সেই গৰুৱে যদি কোনোৰ পুতেক বা জীয়েকক খোঁচে, তেন্তে এই বিচাৰ অনুসাৰেই তালৈ কৰা যাব। ৩২ আৰু সেই গৰুৱে যদি কোনোৰ বন্দী বা বেটীক খোঁচে, তেন্তে গৰুৰ গৰাকীয়ে তাৰ প্ৰভুক ত্ৰিশ চেকল ৰূপ দিব, আৰু গৰুটোক শিল দলিয়াই বধ কৰা হব।

৩৩ আৰু কোনোৱে যদি কোনো গাঁত মুকলি কৰি ৰাখে, বা গাঁত খানি তাক নেঢাকে, তেন্তে, তাত কোনো গৰু বা গাধ পড়িলে, ৩৪ সেই গাঁতৰ গৰাকীয়ে তাৰ গৰাকীক ধন দি তাৰ ক্ষতিপূৰণ কৰিব; কিন্তু সেই মৰা জন্তুটো নিজৰ হব।

৩৫ এজনৰ গৰুৱে আন জনৰ গৰুক খোঁচোতে, সি যদি মৰে, তেন্তে সিহঁত দুয়ো জীয়া গৰুটো বেচি তাৰ মূল্য দুভাগ কৰিব, আৰু সেই মৰা গৰুটোকো দুভাগ কৰি লব। ৩৬ কিন্তু যদি সেই গৰুৱে আগে-পিছে খোঁচে, ইয়াক জানিবলৈ পায়ো তাৰ গৰাকীয়ে তাক সাৱধানে নেৰাখে, তেন্তে সি সেই গৰুৰ সলনি আন গৰু দি ক্ষতিপূৰণ কৰিব, আৰু মৰা গৰুটো নিজৰ হব।

২২ যদি কোনোৱে গৰু, বা মেৰ, বা ছাগ চুৰ কৰি নি বধ কৰে কি বেচে, তেন্তে সি এটা গৰুৰ সলনি পাঁচোটা গৰু, আৰু এটা মেৰ বা ছাগৰ সলনি চাৰিটা মেৰ বা ছাগ দি ক্ষতিপূৰণ কৰিব। ২ আৰু চোৰে সিন্ধি দিওঁতে ধৰা পৰিলে, প্ৰহাৰিত হোৱাত যদি সি মৰে, তেন্তে ৰক্তপাতৰ দোষ তাৰ নহব। ৩ কিন্তু যদি সিন্ধি দি থাকোঁতেই সূৰ্য্য উদয় হয়, তেন্তে ৰক্তপাতৰ দোষ তাৰ হব। চোৰে অৱশ্যে ক্ষতিপূৰণ কৰিব লাগিব; যদি তাৰ একো নেথাকে, তেন্তে চুৰ কৰা বস্তুৰ বাবে সি নিজে বেচা যাব। ৪ গৰু, গাধ, মেৰ, বা ছাগ হওক, চুৰ কৰা বস্তু যদি চোৰৰ হাতত জীয়াই পোৱা যায়, তেন্তে সি তাৰ দুগুণ দিব।

৫ কোনোৱে যদি শস্য-ক্ষেত্ৰত বা দ্ৰাক্ষা-বাৰীত পশু চৰায়, বা আপোন পশু মেলি দিওঁতে যদি অন্যৰ ক্ষেত্ৰত চৰেগৈ, তেন্তে সি আপোন ক্ষেত্ৰৰ উত্তম শস্য, বা আপোন দ্ৰাক্ষা-বাৰীৰ উত্তম ফল দি ক্ষতিপূৰণ কৰিব।

৬ জুই বাঢ়ি গৈ কাঁইটত লাগি যদি কোনোৰ দ'মাই থোৱা শস্য, বা নোদোৱা শস্য, বা ক্ষেত্ৰ পোৰে, তেন্তে যি জনে সেই জুই লগায়, সি অৱশ্যে ক্ষতিপূৰণ কৰিব।

৭ কোনোৱে যদি ধন বা বস্তু আন লোকৰ হাতত থবলৈ দিয়ে, আৰু সেয়ে যদি সেই লোকৰ ঘৰৰ পৰা চুৰি হয়, তেন্তে চোৰ ধৰা পড়িলে, চোৰে তাৰ দুগুণ দিব। ৮ কিন্তু চোৰ ধৰা নপড়িলে, সেই জনৰ বস্তুত ঘৰৰ গৰাকীয়ে হাত দিছে নে দিয়া নাই, তাক জানিবৰ নিমিত্তে ঈশ্বৰৰ আগলৈ তাক নিয়া হব। ৯ কিয়নো সকলো প্ৰকাৰ অপৰাধৰ বিষয়ে, অৰ্থাৎ গৰু, গাধ, মেৰ বা ছাগ, বা কাপৰ আদি যি কোনো হেৰোৱা বস্তুৰ বিষয়ে কোনোৱে কয়, যে, এয়ে সেই বস্তু, তেনে বিষয়ত দুই জনৰ কথা ঈশ্বৰৰ আগত উপস্থিত হব; ঈশ্বৰে যাক দোষী কৰিব, সি আন জনক তাৰ দুগুণ দিব।

১০ কোনোৱে যদি এটা গাধ, বা গৰু, বা মেৰ কি ছাগ, বা আন কোনো পশু কোনো লোকৰ তাত প্ৰতিপালন কৰিবলৈ থৈ দিয়ে, আৰু কোনোৱে নেদেখাতে সেই পশু মৰে, বা তাৰ ঠেং ভাগে, বা তাক কোনোৱে খেদি নিয়ে, ১১ তেন্তে, ময় এই মানুহৰ বস্তুত হাত দিয়া নাই, এই বুলি এজনে আন জনৰ আগত যিহোৱাৰ নামেৰে শপথ কৰিব; তাতে পশুৰ গৰাকীয়ে সেই শপথত মান্তি হব; আন জনে ক্ষতিপূৰণ নকৰিব। ১২ কিন্তু যদি সেই পশু তাৰ ঘৰৰ পৰা চুৰি হয়, তেন্তে সি তাৰ গৰাকীৰ ক্ষতিপূৰণ কৰিব। ১৩ যদি সেই পশু হিংসক জন্তুৰ দ্বাৰায় কেনেবাকৈ ছিৰা হয়, তেন্তে সি তাৰ প্ৰমাণৰ নিমিত্তে তাক আনিব, আৰু ছিৰা পশুৰ নিমিত্তে ক্ষতিপূৰণ কৰিব নেলাগিব।

১৪ আৰু কোনোৱে যদি অন্যৰ পশু কিছু দিনৰ নিমিত্তে খুজি আনে, আৰু তাৰ গৰাকী তাৰ লগত নেথাকোঁতে তাৰ ঠেং ভাগে, বা সি মৰে, তেন্তে সি অৱশ্যে ক্ষতিপূৰণ কৰিব। ১৫ কিন্তু যদি তাৰ গৰাকী তাৰ লগত থাকে, তেন্তে সি ক্ষতিপূৰণ নকৰিব; আৰু সেয়ে যদি

তেৱণে লোৱা পশু হয়, তেন্তে তার তেৱণতে যাব।

[16] আরু কোনোৱে যদি বাগ্‌দান নকরা কোনো এজনী ছোৱালীক ফুচুলাই তাইর লগত শয়ন করে, তেন্তে সি অৱশ্যে ছোৱালীর গা-ধন দি তাইক বিয়া করিব লাগিব। [17] যদি বাপেকে সেই জনর লগত তাইক বিয়া দিবলৈ নিচেইকৈ অসম্মত হয়, তেন্তে ছোৱালীর গা-ধন অনুসারে ধন দিব লাগিব।

[18] তুমি মায়াবিনীক জীয়াই থাকিব নিদিবা।

[19] পশুত পতিত হোৱা লোকর অৱশ্যে প্রাণদণ্ড হব।

[20] যি জনে যিহোৱার বাহিরে আন কোনো দেৱতার আগত বলিদান করে, সি নিঃশেষে বিনষ্ট হব।

[21] তুমি বিদেশীক অন্যায় নকরিবা, আরু তাক উপদ্রৱ নকরিবা; কিয়নো মিচর দেশত তোমালোকো বিদেশী আছিলা। [22] তোমালোকে বিধৱাক বা পিতৃহীন সন্তানক ক্লেশ নিদিবা। [23] সিহঁতক কেনেবাকৈ ক্লেশ দিলে, সিহঁতে যদি মোর আগত কাতরোক্তি করে, তেন্তে ময় অৱশ্যে সিহঁতর কাতরোক্তি শুনিম; [24] আরু মোর ক্রোধ প্রজ্বলিত হব, আরু ময় তোমালোকক তরোৱালেরে সংহার করিম; তাতে তোমালোকর তিরুতাবিলাক বিধৱা, আরু সন্তানবিলাক পিতৃহীন হব।

[25] তুমি যদি মোর প্রজাবিলাকর মাজত, তোমার ওচর-চুবুরীয়ার কোনো দরিদ্রক ধন ধারে দিয়া, তেন্তে তুমি তালৈ সুদগ্রাহকর নিচিনা নহবা; তোমালোকে তার পরা সুদ নলবা। [26] যদি তুমি কেতিয়াবা কোনো মানুহর কাপর বন্ধক লোৱা, তেন্তে বেলি মার যোৱার আগেয়ে তাক ওলোটাই দিবা; [27] কিয়নো সেয়ে তার একেখন গা ঢকা কাপর, আরু উলঙ্গতা ঢাকিবর নিমিত্তে সেয়ে তার বস্ত্র; সি কিহত শুব? আরু সি যদি মোর আগত কাতরোক্তি করে, তেন্তে ময় তাক শুনিম; কিয়নো ময় দয়ালু।

[28] তুমি ঈশ্বর-নিন্দা নকরিবা, আরু স্বজাতীয় অধ্যক্ষক শাও নিদিবা। [29] তোমার অধিক শস্যর পরা, আরু পেয় দ্রব্যর পরা কিছু উৎসর্গ করিবলৈ পলম নকরিবা। তোমার প্রথমে জন্মা পুত্র মোক দিবা। [30] তোমার গরু, মের, আরু ছাগর আকর বিষয়েও সেই রূপে করিবা; সি সাত দিন আপোন মাকর লগত থাকিব, অষ্টম দিনা তুমি তাক মোক দিবা। [31] আরু তোমালোক মোর উদ্দেশে পবিত্র লোক হব লাগে; এই কারণে পথারত জন্তুৱে ছিরা মাংস নেখাবা; তাক কুকুরর আগত পেলাই দিবা।

২৩ তুমি মিছা কথার ঢৌ নুতুলিবা। তুমি অন্যায় সাক্ষী হৈ দুর্জ্জনক সহায় নকরিবা। [2] তুমি কুকর্ম্ম করিবলৈ বহু লোকর অনুগামী নহবা, আরু বিচারত অন্যায় করিবলৈ বহু লোকর পক্ষ হৈ সিদ্ধান্ত নকরিবা; [3] দরিদ্রর বিচারত তাকো আদর নকরিবা।

[4] তোমার শত্রুর গরু বা গাধক বাট হেরুউৱা দেখিলে, তুমি অৱশ্যে তার ওচরলৈ তাক ওলোটাই লৈ যাবা। [5] তুমি আপোন বৈরীর গাধক ভারর তরত পরি থকা দেখিলে, যদি তাক ভারর পরা মুক্ত করিবলৈ তোমার ইচ্ছা নাই, তথাপি অৱশ্যে তার লগত তাক ভারর পরা মুক্ত করিবা।

[6] তোমার ওচর-চুবুরীয়া কোনো দরিদ্রর বিচারত তাক অন্যায় নকরিবা। [7] মিছা কথার পরা আঁতর হৈ থাকিবা; নির্দ্দোষী আরু ধার্ম্মিকর প্রাণ নষ্ট নকরিবা; কিয়নো ময় দুষ্টক নির্দ্দোষী নকরিম। [8] তুমি ভেঁটি নেখাবা; কিয়নো ভেঁটিয়ে চকু থকাবিলাকক কণা করে, আরু ধার্ম্মিকবিলাকর কথাবোর ওলোটায়। [9] তুমি বিদেশীক উপদ্রৱ নকরিবা; কিয়নো তোমালোকো মিচর দেশত বিদেশী হৈ থকাত, বিদেশীর মন কেনে, তাক তোমালোকর জনা আছে।

[10] তুমি আপোন মাটিত ছবছরলৈকে গুটি সিঁচিবা, আরু তাত উৎপন্ন হোৱা শস্য চপাবা। [11] কিন্তু সপ্তম বছরত, তাক ছন পেলাই এনেই থাকিব দিবা; তাতে তোমার স্বজাতীয় দরিদ্র-বিলাকে খাবলৈ পাব; আরু সিহঁতে যি এরিব, তাক বনরীয়া পশুবোরে খাব। এই রূপে তোমার দ্রাক্ষাবারী আরু জিতবৃক্ষর বারীর বিষয়েও করিবা। [12] তোমার গরু গাধই যেন জিরণি পায়, আরু তোমার বেটীর পুতেক আরু বিদেশী লোকর যেন প্রাণ জুরায়, এই নিমিত্তে

তুমি ছদিন আপোন কাম করি সপ্তম দিনা বিশ্রাম করিবা। [১৩] ময় তোমালোকক যি যি কলোঁ, সেই সকলো বিষয়তে সাৱধান হবা; ইতৰ দেৱতাবোৰৰ নাম উল্লেখ নকৰিবা, আৰু তোমালোকৰ মুখত সেইবোৰৰ নাম শুনা নেযাওক।

[১৪] তুমি বছৰৰ ভিতৰত তিনিবাৰ মোৰ অৰ্থে পৰ্ব্ব কৰিবা। [১৫] তুমি খমীৰ নিদিয়া পিঠাৰ পৰ্ব্ব পালন কৰি, মোৰ আজ্ঞা অনুসাৰে, নিৰূপিত সময়ত, আবীব মাহত সাত দিন খমীৰ নিদিয়া পিঠা ভোজন কৰিবা; কিয়নো সেই মাহতে তুমি মিচৰ দেশৰ পৰা বাহিৰ হৈ আহিলা। কোনেও শুদা-হাতে মোৰ ওচৰত উপস্থিত হব নেলাগে। [১৬] আৰু তুমি শস্য দোৱাৰ পৰ্ব্ব, অৰ্থাৎ পথাৰত যি যি বলা, তাৰ প্ৰথম ফলৰ পৰ্ব্ব পালন কৰিবা। আৰু বছৰৰ শেষত ক্ষেতিৰ ফল চপোৱা কালত, ফল চপোৱাৰ পৰ্ব্ব পালন কৰিবা। [১৭] বছৰৰ মাজত তোমাৰ সকলো পুৰুষ তিনিবাৰ প্ৰভু যিহোৱাৰ আগত উপস্থিত হব লাগে।

[১৮] তুমি খমীৰ দিয়া পিঠাৰে সৈতে মোৰ বলিৰ তেজ উৎসৰ্গ নকৰিবা; আৰু মোৰ পৰ্ব্বত খোৱা উত্তম ভাগ ৰাতিপুৱালৈকে থাকিব নেলাগে। [১৯] তোমাৰ মাটিৰ প্ৰথম ফলৰ আগ ভাগ তোমাৰ ঈশ্বৰ যিহোৱাৰ গৃহলৈ আনিবা। ছাগলী পোৱালিক তাৰ মাকৰ গাখীৰত নিসিজাবা।

ঈশ্বৰীয় প্ৰতিজ্ঞা আৰু নিয়ম-স্থাপন।

[২০] দেখা, বাটত তোমাক ৰক্ষা কৰিবলৈ, আৰু ময় যি ঠাই যুগুত কৰিলোঁ, সেই ঠাইলৈ তোমাক নিবলৈ, তোমাৰ আগে আগে এজনা দূত ময় পঠাইছোঁ। [২১] তেওঁলৈ সাৱধান হবা, আৰু তেওঁৰ কথা শুনিবা; তেওঁক বেজাৰ নিদিবা; কাৰণ তেওঁ তোমালোকৰ অপৰাধ ক্ষমা নকৰিব; কিয়নো মোৰ নাম তেওঁৰ অন্তৰত আছে। [২২] কিন্তু তুমি যদি নিশ্চয়ে তেওঁৰ কথা শুনা, আৰু ময় যি যি কওঁ, সেই সকলোকে কৰা, তেন্তে ময় তোমাৰ শত্ৰুবোৰৰ শত্ৰু, আৰু বৈৰীবোৰৰ বৈৰী হম। [২৩] কিয়নো মোৰ দূতে তোমাৰ আগে আগে গৈ, ইমোৰীয়া, হিত্তীয়া, পৰিজ্জীয়া, কনানীয়া, হিব্বীয়া, আৰু যিবূচীয়া লোকবিলাকৰ দেশলৈ তোমাক লৈ যাব; আৰু ময় সিহঁতক উচ্ছন্ন কৰিম। [২৪] তুমি সিহঁতৰ দেৱতাবোৰৰ আগত প্ৰণিপাত নকৰিবা, সেইবোৰক সেৱাপূজাও নকৰিবা, আৰু সিহঁতৰ কাৰ্য্যৰ নিচিনা কোনো কাৰ্য্য নকৰিবা; কিন্তু সেইবোৰক নিচেইকৈ বিনষ্ট কৰিবা, আৰু সিহঁতৰ স্তম্ভবোৰ একেবাৰে ভাঙি পেলাবা। [২৫] তোমালোকে আপোন ঈশ্বৰ যিহোৱাৰ সেৱা কৰিবা; তাতে তেওঁ তোমাৰ অন্ন-জলক আশীৰ্ব্বাদ কৰিব; আৰু ময় তোমাৰ মাজৰ পৰা ৰোগ দূৰ কৰিম। [২৬] তোমাৰ দেশত কাৰো গৰ্ভপাত নহব, আৰু কোনো বাঁজী নহব; ময় তোমাৰ আয়ুষ সম্পূৰ্ণ কৰিম। [২৭] তোমাৰ আগে আগে মোৰ বিষয়ৰ ভয় পঠাম; আৰু তুমি যিবিলাক জাতিৰ ওচৰত উপস্থিত হবা, সেই সকলো জাতিক ব্যাকুল কৰিম; আৰু ময় তোমাৰ আটাই শত্ৰুবোৰক তোমালৈ পিঠি দিয়াম। [২৮] ময় তোমাৰ আগে আগে কোদো পঠাম; সি হিব্বীয়া, কনানীয়া, আৰু হিত্তীয়াবিলাকক তোমাৰ আগৰ পৰা খেদাই দিব। [২৯] দেশ যেন ধ্বংস নহয়, আৰু তোমাৰ বিৰুদ্ধে বনৰীয়া জন্তুবোৰ যেন বৃদ্ধি নেপায়, এই নিমিত্তে ময় একে বছৰতে সিহঁতক তোমাৰ আগৰ পৰা নেখেদিম। [৩০] তুমি বাঢ়ি বাঢ়ি দেশ অধিকাৰ নকৰামানে, ময় সিহঁতক তোমাৰ আগৰ পৰা ক্ৰমে ক্ৰমেহে খেদি থাকিম। [৩১] আৰু ময় চূফ সাগৰৰ পৰা পলেষ্টীয়া সমুদ্ৰলৈ, আৰু অৰণ্যৰ পৰা ফৰাৎ নদীলৈকে তোমাৰ সীমা নিৰূপণ কৰিম; কিয়নো সেই দেশ-নিবাসীবিলাকক ময় তোমাৰ হাতত সমৰ্পণ কৰিম, আৰু তোমাৰ আগৰ পৰা তুমি সিহঁতক খেদাই দিবা। [৩২] তুমি সিহঁতে সৈতে, বা সিহঁতৰ দেৱতাবোৰে সৈতে কোনো নিয়ম স্থিৰ নকৰিবা। [৩৩] সিহঁতে তোমাৰ দেশত বাস কৰিব নেলাগে; বাস কৰিলে, সিহঁতে তোমাক মোৰ বিৰুদ্ধে পাপ কৰাব। কিয়নো তুমি যদি সিহঁতৰ দেৱতাবোৰক পূজা কৰা, তেন্তে সেয়ে নিশ্চয়ে তোমালৈ ফান্দস্বৰূপ হব।

২৪ যিহোৱাই মোচিক আৰু কলে, তুমি হাৰোণ, নাদব, অবীহু, আৰু ইস্ৰায়েলৰ বৃদ্ধ

লোকবিলাকর সত্তর জনে সৈতে যিহোবার সন্মুখলৈ উঠি আহাঁ; আরু তোমালোকে দূরের পরা প্রণিপাত করাহি। ২ কেবল মোচি যিহোবার ওচরলৈ আহিব; কিন্তু সিবিলাক ওচর নেচাপিব; আরু লোকবিলাক তেওঁর লগত নুঠিব। ৩ তেতিয়া মোচিয়ে গৈ, যিহোবার সকলো বাক্য আরু শাসন-প্রণালীর কথা লোকবিলাকক কলত, সিবিলাক সকলোবে একে মাতেরে উত্তর দি কলে, যিহোবাই যি যি কথা কৈছে, সেই সকলোকে আমি পালন করিম। ৪ পাছে মোচিয়ে যিহোবার সকলো বাক্য লিখিলে; আরু তেওঁ রাতিপুরাই উঠি, পর্ব্বতর তলত এটা যজ্ঞবেদি, আরু ইস্রায়েলর বার ফৈদ অনুসারে বারটা স্তম্ভ নির্ম্মাণ করিলে। ৫ পাছে তেওঁ ইস্রায়েলর সন্তানবিলাকর মাজর কেতবিলাক ডেকা লোকক পঠালত, সিবিলাকে যিহোবার উদ্দেশে হোমার্থক আরু মঙ্গলার্থক বলিস্বরূপে ভতরা গরু উৎসর্গ করিলে। ৬ তেতিয়া মোচিয়ে তার আধা তেজ লৈ, কেইটামান চরিয়াত থলে, আরু আধা বেদির ওপরত ছটিয়াই দিলে। ৭ আরু তেওঁ নিয়ম-পুস্তকখনি লৈ, লোকবিলাকে শুনাকৈ পাঠ করিলত, সিবিলাকে কলে, যিহোবাই যি যি কৈছে, সেই সকলোকে আমি পালন করিম, আরু তেওঁর আজ্ঞাধীন হম। ৮ পাছে মোচিয়ে সেই তেজ লৈ লোকবিলাকর ওপরত ছটিয়াই কলে, দেখা, যিহোবাই এই সকলো বাক্যর বিষয়ে তোমালোকে সৈতে যি নিয়মটী করিলে, এয়ে সেই নিয়মটীর তেজ। ৯ তেতিয়া মোচি, হারোণ, নাদব, অবীহু, আরু ইস্রায়েলর বৃদ্ধবিলাকর মাজর সত্তর জনে উঠি গৈ, ১০ ইস্রায়েলর ঈশ্বরক দর্শন করিলে; তেওঁর চরণ-তলর ঠাই নীলকান্ত মণিরে করা শিলর কার্য্যর নিচিনা, আরু নির্ম্মলতাত সাক্ষাৎ আকাশর তুল্য দেখা গৈছিল। ১১ কিন্তু তেওঁ ইস্রায়েলর সন্তানবিলাকর মুখ্যবিলাকর ওপরত হাত নলগালে; বরং সিবিলাকে ঈশ্বরক দর্শন করি ভোজন-পান করিলে।

১২ পাছে যিহোবাই মোচিক কলে, তুমি পর্ব্বতলৈ মোর ওচরলৈ উঠি আহি এই ঠাইত থাকা; ময় তোমাক শিলর ফলি, তুমি লোকবিলাকক শিক্ষা দিবর নিমিত্তে ময় লিখা ব্যবস্থা আরু আজ্ঞা দিম। ১৩ তাতে মোচি আরু তেওঁর পরিচারক যিহোচূবা উঠিল; আরু মোচি ঈশ্বরর পর্ব্বতলৈ গল। ১৪ আরু তেওঁ বৃদ্ধবিলাকক কৈছিল, আমি তোমালোকর ওচরলৈ উলটি নাহোঁমানে, তোমালোকে ইয়াতে আমালৈ বাট চাই থাকিবা; দেখা, হারোণ আরু হূর তোমালোকর লগত আছে; কোনোর কিবা কথা থাকিলে, সি তেওঁবিলাকর ওচরলৈ যাব। ১৫ মোচি যেতিয়া পর্ব্বতলৈ উঠিছিল, তেতিয়া পর্ব্বত মেঘেরে ঢকা আছিল। ১৬ আরু সেই চীনয় পর্ব্বতর ওপরত যিহোবার প্রতাপ আছিল, আরু ছদিন মেঘেরে ঢকা আছিল; পাছে সপ্তম দিনা তেওঁ মেঘর মাজর পরা মোচিক মাতিলে। ১৭ আরু ইস্রায়েলর সন্তানবিলাকর দৃষ্টিত, যিহোবার প্রতাপ পর্ব্বতর টিঙত গ্রাসকারী অগ্নির নিচিনাকৈ প্রকাশিত হল। ১৮ আরু মোচি মেঘর মাজত সোমাই পর্ব্বতলৈ উঠিল; আরু মোচি সেই পর্ব্বতত চল্লিশ দিন চল্লিশ রাতি থাকিল।

উপহার, নিয়ম-চন্দুক, মেজ, আরু দীপাধারর বিষয়ে আদেশ।

২৫ পাছে যিহোবাই মোচিক কলে, ২ তুমি ইস্রায়েলর সন্তানবিলাকক মোর নিমিত্তে উপহার আনিবলৈ কবা; যিবিলাকে মনর ইচ্ছারে দিব, সিবিলাক প্রতিজনর পরা তোমালোকে মোর সেই উপহার গ্রহণ করিবা। ৩ আরু তুমি সিবিলাকর পরা গ্রহণ করিব লগা উপহার এই, সোণ, রূপ, পিত্তল, ৪ আরু নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙ্গা বরণীয়া সূতা, মিহি শণ সূতা, ছাগর নোম, ৫ বোলাই রঙা করা মেরর ছাল, তহচ জন্তুর ছাল, চিটীম কাঠ, ৬ প্রদীপর নিমিত্তে তেল, অভিষেকার্থক তেলর আরু সুগন্ধি ধূপর নিমিত্তে গন্ধদ্রব্য, ৭ আরু এফোদ ও বুকুপটার নিমিত্তে গোমেদক আদি খটাব লগীয়া মণি। ৮ আরু ময় সিবিলাকর মাজত বাস করিবর নিমিত্তে, সিবিলাকে মোর অর্থে এটা ধর্ম্মধাম নির্ম্মাণ করোক। ৯ সেই আবাস আরু তার সকলো বস্তুর যি নমুনা ময় তোমাক দেখুবাম, তোমালোকে তার দরে সকলোকে করিবা।

১০ আরু সিবিলাকে চিটীম কাঠর আঢ়ৈ হাত

দীঘল, ডের হাত বহল, আৰু ডের হাত ওখকৈ এটা চন্দুক সাজিব। [১১] পাছে তুমি তাত শুদ্ধ সোণর পতা মাৰিবা, তার ভিতরে-বাহিরে মাৰিবা; আৰু তাৰ ওপৰত চাৰিওফালে সোণৰ ছিৰী মাৰিবা। [১২] আৰু তাৰ নিমিত্তে সোণৰ চাইভাল খাৰুৱা সাঁচত ঢালি, তাৰ একোষে ছুডাল, আৰু আন কোষে ছুডাল, এই রূপে তাৰ চাৰিওটা খুৰাত লগাবা। [১৩] আৰু তুমি চিটীম কাঠৰ ছুডাল কাণমাৰি সাজি, তাতো সোণৰ পতা মাৰিবা। [১৪] আৰু চন্দুক বৈ নিবৰ নিমিত্তে, সেই কাণমাৰি চন্দুকৰ ছুই কোষে থকা খাৰুৱাত সুমুৱাবা। [১৫] সেই কাণমাৰি চন্দুকৰ খাৰুৱাৰ ভিতৰতে থাকিব, তাৰ পৰা উলিয়াব নেলাগে। [১৬] আৰু ময় তোমাক যি সাক্ষ্য-ফলি দিম, তাক সেই চন্দুকত ৰাখিবা। [১৭] তাৰ পাছে তুমি শুদ্ধ সোণৰ আঢ়ৈ হাত দীঘল, ডেৰ হাত বহলকৈ এখন পাপাবৰণ সাজিবা। [১৮] আৰু তুমি সোণৰ ছুটা কৰূব সাজিবা; সোণ পিটাই সেই পাপাবৰণৰ ছুই মূৰত সেই কেইটা সাজিবা। [১৯] এক মূৰত এটা কৰূব, আন মূৰত আন কৰূব সাজিবা; পাপাবৰণৰ ছুই মূৰত তাৰে সৈতে একে ডোখৰ সোণতে সেই ছুটা কৰূব সাজিবা। [২০] আৰু কৰূব ছুটাই ওপৰলৈ ডেউকা মেলি আপোন ডেউকাৰে পাপাবৰণক ঢাকিব; সেই কেইটাই মুখামুখি হৈ থাকিব; আৰু কৰূব ছুটাৰ দৃষ্টি পাপাবৰণলৈ থাকিব। [২১] তুমি সেই পাপাবৰণ সেই চন্দুকৰ ওপৰত ৰাখিবা; আৰু ময় তোমাক যি সাক্ষ্য-ফলি দিম, তাক সেই চন্দুকৰ ভিতৰত থবা। [২২] আৰু ময় সেই ঠাইতে তোমাৰে সৈতে সাক্ষাৎ কৰিম; পাপাবৰণৰ ওপৰৰ পৰা, সাক্ষ্য-ফলিৰ চন্দুকৰ ওপৰত থকা কৰূব ছুটাৰ মাজৰ পৰা, ইস্ৰায়েলৰ সন্তান-বিলাকৰ নিমিত্তে যি যি আজ্ঞা দিম, তাৰ বিষয়ে তোমাৰে সৈতে কথাবাৰ্ত্তা হম।

[২৩] পাছে তুমি ছুহাত দীঘল, এহাত বহল, আৰু ডেৰ হাত ওখকৈ চিটীম কাঠৰ এখন মেজ সাজি, [২৪] তাত শুদ্ধ সোণৰ পতা মাৰিবা, আৰু তাৰ চাৰিওফালে সোণৰ ছিৰী মাৰিবা। [২৫] আৰু তাৰ চাৰিওফালে চাৰি আঙুলীয়া ডোখৰ এচটা কোবৰ কাঠ কৰি দিবা, আৰু সেই কাঠৰ চাৰিও-দাঁতিয়ে সোণৰ ছিৰী মাৰিবা। [২৬] আৰু তাৰ নিমিত্তে সোণৰ চাইভাল খাৰুৱা সাজি, সেই খাৰুৱা তাৰ চাইটা পায়াৰ চাইটা চুকত লগাই দিবা। [২৭] মেজ বৈ নিবলৈ কাণমাৰি সুমুউৱা ঠাই হবৰ নিমিত্তে, সেই খাৰুৱা কোবৰ কাঠৰ ওচৰত থাকিব। [২৮] তুমি মেজ বৈ নিবৰ নিমিত্তে, চিটীম কাঠৰ ছুডাল কাণমাৰি সাজি, তাতো সোণৰ পতা মাৰিবা। [২৯] তাৰ থাল, পিয়লা, আৰু দ্ৰাক্ষাৰস ঢালিবৰ নিমিত্তে তাৰ চামুচ আৰু বাটি গঢ়াবা; এই সকলোকে শুদ্ধ সোণেৰে গঢ়াবা। [৩০] আৰু তুমি সেই মেজৰ ওপৰত মোৰ আগত সদায় দৰ্শন-পিঠা ৰাখিবা।

[৩১] তুমি শুদ্ধ সোণৰ এটা দীপাধাৰ সাজিবা; সেই দীপাধাৰ সোণ পিটি সজা হব লাগে; তাৰ খুৰা, গা ভাগ, তাত কটা বাটি, কলি, আৰু ফুল একে ডোখৰ সোণতেই হব। [৩২] আৰু তাৰ একালৰ পৰা তিনটা ডাল, আৰু আন কালৰ পৰা তিনটা ডাল, এই রূপে সেই দীপাধাৰৰ ছুই কালৰ পৰা ছ-টা ডাল ওলাব। [৩৩] তাৰ এটা ডালত বাদাম ফুলৰ আকৃতিৰে তিনটা বাটি, এটা কলি, আৰু এটা ফুল থাকিব; আৰু আন ডালতো বাদাম ফুলৰ আকৃতিৰে তিনটা বাটি, এটা কলি, আৰু এটা ফুল থাকিব; গা ভাগৰ পৰা ওলোৱা ছওটা ডালত এই একে রূপেই হব। [৩৪] সেই দীপাধাৰৰ গা ভাগতো বাদাম ফুলৰ আকৃতিৰে চাইটা বাটি, তাৰ কলি, আৰু ফুল থাকিব। [৩৫] আৰু সেই দীপাধাৰৰ গা ভাগৰ পৰা ওলোৱা ছ-টা ডালৰ ছুডালৰ তলত একে ডোখৰ সোণতে এটা কলি, আৰু ছুডালৰ তলতো একে ডোখৰ সোণতে এটা কলি, আৰু আন ছুডালৰ তলতো একে ডোখৰ সোণতে এটা কলি থাকিব। [৩৬] সেইবোৰৰ কলি আৰু সেইবোৰৰ ডাল একে ডোখৰ সোণতে হব; সেই সকলোৱেই শুদ্ধ সোণৰ পিটি কৰোৱা একেটা বস্তু হব। [৩৭] আৰু তুমি তাৰ নিমিত্তে সাতোটা প্ৰদীপ সাজিবা; পাছে সেই প্ৰদীপ তাৰ সন্মুখত পোহৰ পৰাকৈ জ্বলাব। [৩৮] তাৰ শলাকানি-কটা আৰু একেৰুৱা-ধৰা শুদ্ধ সোণৰ হব। [৩৯] সেই দীপাধাৰ আৰু তাৰ লগৰ সেই সকলো বস্তু এক কিক্কৰ শুদ্ধ সোণেৰে নিৰ্ম্মাণ কৰা হব। [৪০] সাৱধান, ময় তোমাক পৰ্ব্বতত দেখুউৱা সেইবোৰৰ নমুনাৰ দৰেই সেই সকলোকে কৰিবা।

**ঈশ্বরর আবাসর বিষয়ে আদেশ।**

**২৬** তুমি দহখন কাপর লৈ, আবাস যুগুত করিবা ; সেই কাপর কেইখন পকোৱা মিহি শণ সূতা, আরু নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙা বরণীয়া সূতারে নিপুণ শিল্পকারর দ্বারায় করূববিলাকর আকৃতি তুলি বোৱা হব লাগিব। [২] সেই প্রত্যেক কাপর আঁঠাইশ হাত দীঘল, আরু চারি হাত বহল হব ; আরু সকলোবোর কাপর একে জোখর হব। [৩] পাঁচখন কাপর ইখনে সিখনে একেলগে জোরা দিব লাগিব ; আরু আন পাঁচখন কাপরো ইখনে সিখনে একেলগে জোরা দিব লাগিব। [৪] প্রথমে জোরা দিয়া পাঁচখন কাপরর শেষর খনর আউঠিত, আরু দ্বিতীয়তে জোরা দিয়া পাঁচখন কাপররো শেষর খনর আউঠিত নীল বরণীয়া সূতারে গুণঠি করি দিবা। [৫] সেই প্রথমখন কাপরর আউঠিত পঞ্চাশ্‌টা গুণঠি, আরু জোরা দিয়া দ্বিতীয়খন কাপরর আউ-ঠিতো পঞ্চাশ্‌টা গুণঠি করি দিবা ; সেই গুণঠি দুশারি হৈয়ে সিয়ে মুখামুখি হব। [৬] আরু সোণর পঞ্চাশ্‌টা হাঁকোটা গঢ়াই সেই হাঁকোটারে কাপর দুখন ইখনে সিখনে বন্ধ করিবা ; তাতে সেই আবাস একেটা হব। [৭] আরু সেই আবাসর ওপরর তাম্বুর নিমিত্তে ছাগর নোমেরে কাপর যুগুত করিবা ; তুমি এঘারখন কাপর যুগুত করিবা। [৮] তার প্রতিখন কাপর দীঘলে ত্রিশ হাত আরু বহলে চারি হাত হব ; সেই এঘারখন কাপর একে জোখর হব। [৯] পাছে পাঁচখন কাপর ইখনে সিখনে জোরা দি বেলেগে রাখিবা, আন ছখন কাপরো জোরা দি বেলেগে রাখিবা ; আরু ষষ্ঠ কাপরখনর এভাগ তাম্বুর আগফালে ওলোমাই থবা। [১০] আরু প্রথমে জোরা দিয়া পাঁচখন কাপরর শেষর খনর আউঠিত পঞ্চাশ্‌টা গুণঠি, আরু সেই রূপে, জোরা দিয়া দ্বিতীয়খন কাপরর শেষর খনর আউঠিতো পঞ্চাশ্‌টা গুণঠি করি দিবা। [১১] পাছে পিত্তলর পঞ্চাশ্‌টা হাঁকোটা গঢ়াই গুণঠিত সেই হাঁকোটা সুমুৱাই তাম্বু লগ করিবা ; তাতে সেয়ে একেটা তাম্বু হব। [১২] সেই তাম্বুর কাপর কেইখনর ওলমি থাকিব লগা যি ভাগ বাঢ়ি থাকিব, অর্থাৎ যি আধা কাপর বাঢ়ি থাকিব, সেয়ে আবাসর পাছফালে ওলমি থাকিব। [১৩] তাম্বুর কাপর কেইখনর দীঘলর যি ভাগ একোষে এহাত, আরু আন্ কোষে এহাত বাঢ়িব, সেয়ে ঢাকিবর নিমিত্তে আবাসর ওপরত ইকালে সিকালে দুই কোষে ওলমি থাকিব। [১৪] পাছে তুমি, বোলাই রঙা করা মেরর ছালেরে তাম্বুর নিমিত্তে এক আবরণ যুগুত করিবা ; আকৌ তার ওপরতো তহচর ছালেরে আরু এক আবরণ যুগুত করিবা।

[১৫] পাছে তুমি আবাসর নিমিত্তে চিটীম কাঠর থিয়কৈ দিয়া তক্তা যুগুত করিবা। [১৬] এখন এখন তক্তা দহ হাত দীঘল, আরু ডের হাত বহল হব। [১৭] প্রতিখন তক্তাত একে রকমর দুটা দুটা আল করিবা ; এই রূপে আবাসর সকলো তক্তাত করিবা। [১৮] আরু তুমি আবাসর নিমিত্তে যি তক্তা যুগুত করিবা, তার মাজর বিশ্‌খন তক্তা দক্ষিণদিশে দক্ষিণ ফালর নিমিত্তে হব। [১৯] আরু সেই বিশ্‌খন তক্তার তলত রূপর চল্লিশ্‌টা চুঙী গঢ়াই দিবা ; এখন তক্তার তলত তার দুটা আলর নিমিত্তে দুটা চুঙী, আরু আন আন তক্তার তলতো সেইবোরর দুটা দুটা আলর নিমিত্তে দুটা দুটা চুঙী হব। [২০] আরু আবাসর দ্বিতীয় ফালর নিমিত্তে উত্তরদিশে বিশ্‌খন তক্তা, [২১] আরু সেইবোরর নিমিত্তে রূপর চল্লিশ্‌টা চুঙী হব ; এখন তক্তার তলত দুটা চুঙী, আরু আন আন তক্তার তলতো দুটা দুটা চুঙী থাকিব। [২২] আরু আবাসর পশ্চিমদিশে পাছ-ফালর নিমিত্তে ছখন তক্তা যুগুত করিবা। [২৩] আরু আবাসর পাছফালর চুক দুটার নিমিত্তে দুখন তক্তা যুগুত করিবা। [২৪] প্রত্যেক চুকর তক্তা তলর পরা দোহোরা হব, আরু মূরলৈকে মিল হৈ একেডাল খারুৱার কথাত এখন তক্তা হব ; এই রূপে দুয়োখন হব ; সেয়ে দুই চুকর নিমিত্তে হব ; [২৫] তাতে তক্তা আঁঠখন হব, আরু সেইবোরর রূপর চুঙী যোলটা হব ; এখন তক্তার তলত দুটা, আরু আন আন তক্তার তলতো দুটা দুটা চুঙী থাকিব। [২৬] আরু তুমি আবাসর একালর তক্তার নিমিত্তে পাঁচডাল, [২৭] আরু আবাসর আন কালর তক্তার নিমিত্তে পাঁচডাল, আরু আবাসর পশ্চিমদিশে থকা পাছফালর তক্তার নিমিত্তেও পাঁচডাল, চিটীম কাঠর ডাং

সাজিবা। [২৮] কিন্তু মাজৰ ডাংডাল তক্তাবোৰৰ মাজেদি এমূৰৰ পৰা আন মূৰলৈকে যাব। [২৯] আৰু সেই তক্তাবোৰত সোণৰ পতা মাৰিবা, আৰু ডাংবোৰৰ স্মুমুউৱা ঠাই হবৰ নিমিত্তে, সেইবোৰলৈ সোণৰ খাৰুৱা গঢ়াবা; আৰু ডাংবোৰতো সোণৰ পতা মাৰিবা। [৩০] তোমাক পৰ্ব্বতত আবাসৰ যি নিয়মপ্ৰণালী দেখুউৱা গল, তুমি সেই দৰেই তাক স্থাপন কৰিবা।

[৩১] আৰু তুমি নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে এখন প্ৰভেদক বস্ত্ৰ যুগুত কৰিবা; সেয়ে নিপুণ শিল্পকাৰে কৰূবৰ আকৃতি তুলি বোৱা হব লাগিব। [৩২] তুমি তাক, সোণৰ পতা মৰোৱা চিটীম কাঠৰ চাইটা খুঁটাৰ ওপৰত লগাই দিবা; সেইবোৰৰ হাঁকোটা সোণৰ হব, আৰু সেই খুঁটা ৰূপৰ চাইটা চুঙীৰ ওপৰত থাকিব। [৩৩] আৰু তুমি প্ৰভেদক বস্ত্ৰখন কাপৰত লগোৱা হাঁকোটাবোৰৰ তলত আৰি, তালৈ প্ৰভেদক বস্ত্ৰৰ ভিতৰলৈ সাক্ষ্য-ফলিৰ চন্দুক আনিবা; আৰু সেই প্ৰভেদক বস্ত্ৰখনে পবিত্ৰস্থানৰ আৰু অতি পবিত্ৰস্থানৰ মাজত তোমালোকৰ নিমিত্তে প্ৰভেদ ৰাখিব। [৩৪] আৰু তুমি অতি পবিত্ৰস্থানত সাক্ষ্য-ফলিৰ চন্দুকৰ ওপৰত পাপাবৰণ থবা। [৩৫] আৰু মেজখন প্ৰভেদক বস্ত্ৰৰ বাহিৰে ৰাখিবা, মেজৰ আগত আবাসৰ দক্ষিণফালে দীপাধাৰ ৰাখিবা, আৰু উত্তৰফালে মেজ থবা। [৩৬] আৰু তাম্বুৰ দুৱাৰৰ নিমিত্তে, নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে বোৱা নিপুণ শিল্পকাৰে বুটা দিয়া এখন পৰ্দ্দা যুগুত কৰিবা। [৩৭] সেই পৰ্দ্দাৰ নিমিত্তে চিটীম কাঠৰ পাঁচোটা খুঁটা যুগুত কৰি, সেইবোৰত সোণৰ পতা মাৰিবা; সেইবোৰৰ হাঁকোটা সোণৰ হব; আৰু সেইবোৰৰ নিমিত্তে পিত্তলৰ পাঁচোটা চুঙি সাঁচত ঢালিবা।

### যজ্ঞবেদি আৰু চৌতালৰ বিষয়ে আদেশ।

**২৭** পাছে তুমি যজ্ঞবেদিটো চিটীম কাঠেৰে সাজিবা। সেই বেদি দীঘলে পাঁচ হাত, বহলে পাঁচ হাত আৰু ওখই তিনি হাত কৰি, চাৰিও কোষ আৰু চাৰিওটা চুক সমানকৈ কৰিবা। [২] আৰু তাৰ চাৰিওটা চুকত তাৰ চাইটা শিঙ সাজি দিবা; তাৰ শিঙ একে ডোখৰ কাঠতে হব; আৰু তুমি যজ্ঞবেদিটোত পিত্তলৰ পতা মাৰিবা। [৩] আৰু তাৰ ছাই পেলোৱা পাত্ৰ, ছাই উলিওৱা হেঁতা, তেজ ছটিওৱা পাত্ৰ, ত্ৰিশূল, আৰু আঙঠা-ধৰা পাত্ৰ কৰিবা; তাৰ সকলো সঁজুলি পিত্তলৰ গঢ়াবা। [৪] আৰু তাৰ নিমিত্তে জালৰ নিচিনা পিত্তলৰ এক জালি-কটা গঢ়াবা, আৰু সেই জালি-কটাৰ চাৰিওটা চুকত পিত্তলৰ চাইডাল খাৰুৱা কৰি লগাই দিবা। [৫] আৰু তুমি সেই জালি-কটা, বেদিৰ তল ভাগত তাৰ চাৰিওফালে থকা থাকৰ তলত লগাই দিবা; আৰু সেই জালি-কটা বেদিৰ আদ্‌খিনিলৈকে পাব। [৬] আৰু বেদিৰ নিমিত্তে চিটীম কাঠৰ কাণমাৰি সাজিবা, আৰু তাত পিত্তলৰ পতা মাৰিবা। [৭] আৰু তাৰ কাণমাৰি খাৰুৱাৰ ভিতৰত স্মুমুউৱা হব; বেদি বৈ নিয়া সময়ত, তাৰ দুয়ো কোষে সেই কাণমাৰি থাকিব। [৮] তুমি সেই বেদি ফোঁপোলা কৰি তক্তাৰে সাজিবা; পৰ্ব্বতত তোমাক যেনেকৈ দেখুউৱা গল, তেনেকৈয়ে তাক কৰিব লাগিব।

[৯] পাছে তুমি আবাসৰ চৌতাল কৰিবা; দক্ষিণদিশে চৌতালৰ দক্ষিণফালে, পকোৱা মিহি শণ সূতাৰে বোৱা আঁৰ-কাপৰবোৰ থাকিব; এফালে সেইবোৰ লগালে এশ হাত দীঘল হব; [১০] তাৰ খুঁটা বিশ্‌টা হব, আৰু সেইবোৰৰ নিমিত্তে পিত্তলৰ বিশ্‌টা চুঙী হব; খুঁটাবোৰৰ হাঁকোটা আৰু শলি ৰূপৰ হব। [১১] সেই ৰূপে উত্তৰফালেও আঁৰ-কাপৰবোৰ থাকিব; সেই-বোৰ লগালে এশ হাত দীঘল হব; আৰু তাৰ খুঁটা বিশ্‌টা হব, আৰু সেইবোৰৰ নিমিত্তে পিত্তলৰ বিশ্‌টা চুঙী হব; খুঁটাবোৰৰ হাঁকোটা আৰু শলি ৰূপৰ হব। [১২] সেই চৌতালৰ পথা-লিৰ নিমিত্তে, পশ্চিমফালে আঁৰ-কাপৰবোৰ থাকিব; সেইবোৰ লগালে পঞ্চাশ হাত দীঘল হব; আৰু সেইবোৰৰ খুঁটা দহোটা, আৰু সেই খুঁটাবোৰৰ চুঙী দহোটা হব। [১৩] আৰু পূব-ফালে পূবদিশে চৌতাল পথালিয়ে পঞ্চাশ হাত হব। [১৪] আৰু দুৱাৰৰ এফালে আঁৰ-কাপৰবোৰ থাকিব; সেইবোৰ লগালে পোন্ধৰ হাত হব; সেইবোৰৰ তিনিটা খুঁটা, আৰু সেই খুঁটাবোৰৰ

তিন্‌টা চুঙী হব। [১৫] আৰু আন ফালেও আঁৰ-কাপৰবোৰ থাকিব; সেইবোৰ লগালে পোন্ধৰ হাত হব; সেইবোৰৰ তিন্‌টা খুঁটা, আৰু সেই খুঁটাবোৰৰ তিন্‌টা চুঙী হব। [১৬] আৰু চোঁতালৰ দুৱাৰৰ নিমিত্তে নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে বোৱা, নিপুণ শিল্পকাৰে বুটা দিয়া বিশ হতীয়া এখন পৰ্দ্দা হব, আৰু তাৰ চাইটা খুঁটা, আৰু সেই খুঁটাবোৰৰ চাইটা চুঙী হব। [১৭] আৰু চোঁতালৰ চাৰিওফালৰ খুঁটাবোৰত ৰূপৰ শলি লগোৱা হব; আৰু সেইবোৰৰ হাঁকোটা ৰূপৰ আৰু চুঙী পিত্তলৰ হব। [১৮] আৰু চোঁতাল দীঘলে এশ হাত, পথালিয়ে সকলো ঠাইতে পঞ্চাশ হাত, আৰু পকোৱা মিহি শণ সূতাৰে বোৱা আঁৰ-কাপৰবোৰ ওখই পাঁচ হাত হব, আৰু খুঁটাবোৰৰ চুঙী পিত্তলৰ হব। [১৯] আবাসৰ কাৰ্য্যসম্বন্ধীয় সকলো হাতিয়াৰ, খুঁটি, আৰু চোঁতালৰ আটাই খুঁটি পিত্তলৰ হব।

[২০] আৰু সদায় প্ৰদীপ জ্বলাই পোহৰ কৰিবলৈ, খুন্দি উলিওৱা জিতবৃক্ষৰ গুটিৰ নিৰ্ম্মল তেল তোমাৰ ওচৰলৈ আনিবৰ নিমিত্তে, তুমি ইস্ৰায়েলৰ সন্তানবিলাকক আজ্ঞা কৰিবা। [২১] সাক্ষাৎ কৰা তাম্বুৰ ভিতৰত সাক্ষ্য-ফলিৰ চন্দুকৰ আগত থকা প্ৰভেদক বস্ত্ৰৰ বাহিৰে হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে যিহোৱাৰ আগত গধূলি আৰু ৰাতিপুৱা তাক যুগুত কৰি থব; এয়ে ইস্ৰায়েলৰ সন্তানবিলাকে পুৰুষানুক্ৰমে পালন কৰিব লগা চিৰস্থায়ী বিধি।

### পুৰোহিতবিলাকে পিন্ধিব লগা পবিত্ৰ বস্ত্ৰৰ বিষয়ে আদেশ।

**২৮** পাছে তুমি, মোৰ অৰ্থে পুৰোহিত-কৰ্ম্ম কৰিবলৈ, ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ পৰা তোমাৰ ককায়েৰা হাৰোণক, আৰু তেওঁৰ লগত তেওঁৰ পুত্ৰবিলাকক তোমাৰ ওচৰলৈ আনিবা; হাৰোণ, আৰু হাৰোণৰ পুত্ৰ নাদব, অবীহূ, ইলিয়াজৰ, আৰু ঈথামৰক আনিবা। [২] মৰ্য্যাদা আৰু শোভাৰ নিমিত্তে, তোমাৰ ককায়েৰা হাৰোণলৈ পবিত্ৰ বস্ত্ৰ যুগুত কৰিবা। [৩] আৰু মোৰ অৰ্থে পুৰোহিত-কৰ্ম্ম কৰিবলৈ হাৰোণক পবিত্ৰ কৰিবৰ নিমিত্তে, ময় জ্ঞানদায়ক আত্মাৰে পৰিপূৰ্ণ কৰা জ্ঞানী লোকবিলাকক তেওঁৰ বস্ত্ৰ যুগুত কৰিবলৈ তুমি আজ্ঞা কৰিবা। [৪] সিবিলাকে যুগুত কৰিব লগীয়া বস্ত্ৰ এই, বুকু-পটা, এফোদ, জামা, গাৰি দিয়া অঙ্গৰক্ষক বস্ত্ৰ, পাগ, আৰু টঙালি। তোমাৰ ককায়েৰা হাৰোণে মোৰ অৰ্থে পুৰোহিত-কৰ্ম্ম কৰিবলৈ, তেওঁৰ আৰু তেওঁৰ পুত্ৰবিলাকৰ নিমিত্তে সিবিলাকে পবিত্ৰ বস্ত্ৰ যুগুত কৰিব। [৫] সিবিলাকে সেই সোণ, আৰু নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও মিহি শণ সূতা লব।

[৬] সিবিলাকে সোণ, আৰু নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে এফোদ বস্ত্ৰখন যুগুত কৰিব; সেয়ে নিপুণ শিল্পকাৰৰ কাৰ্য্য হব। [৭] সেয়ে লগ লাগি থাকিবৰ নিমিত্তে, তাৰ দুমূৰে দুগছ স্কন্ধপটি থাকিব। [৮] আৰু এফোদ কঁকালত বান্ধিবৰ নিমিত্তে, তাৰ লগত, নিপুণৰূপে বোৱা যি কঁকালি কাপৰ থাকিব, সেয়ে তাৰ নিচিনাকৈ বন কৰা হব, আৰু তাৰে একে ডোখৰ কাপৰ হব; তাক সোণ, আৰু নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে কৰা হব। [৯] পাছে তুমি দুটা গোমেদক মণি লৈ, তাৰ ওপৰত ইস্ৰায়েলৰ পুত্ৰবিলাকৰ নাম কাটিবা। [১০] সিবিলাকৰ জন্মৰ ক্ৰম অনুসাৰে ছ-টা নাম এটা মণিৰ ওপৰত, আৰু বাকী ছ-টা নাম আন মণিটোৰ ওপৰত কাটিবা। [১১] পাথৰৰ খনিকৰে কৰা কাৰ্য্যৰ দৰে, মোহৰ কটা নিচিনাকৈ সেই দুটা মণিৰ ওপৰত ইস্ৰায়েলৰ পুত্ৰবিলাকৰ নাম কাটিবা; আৰু সেই দুটা মণি দুটা সোণৰ ঘৰত খুৰাই দিবা। [১২] আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ স্মৰণাৰ্থক মণি হবলৈ, তুমি সেই দুটা মণি এফোদৰ স্কন্ধপটি দুগছত লগাই দিবা; তাতে হাৰোণে সোঁৱৰণৰ অৰ্থে যিহোৱাৰ সাক্ষাতে আপোনাৰ দুই কান্ধত সিবিলাকৰ নাম বব।

[১৩] আৰু তুমি সোণৰ দুটা ঘৰ কৰিবা; [১৪] আৰু ৰচিৰ দৰে পকোৱা মালাৰ নিচিনা দুডাল শুদ্ধ সোণৰ শিকলি কৰি, সেই পকোৱা শিকলি সেই দুটা ঘৰত লগাই দিবা। [১৫] আৰু তুমি বিচাৰাৰ্থক এক বুকুপটা কৰিবা; সেয়ে নিপুণ শিল্পকাৰৰ কাৰ্য্য হব; এফোদ বস্ত্ৰ কৰাৰ দৰে

তাক করিবা; সোণ, আরু নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙা বরণীয়া সূতা ও পকোৱা মিহি শণ সূতারে তাক যুগুত করিবা। [১৬] তার চারিও কোষ আরু চারিওটা চুক সমান; সেয়ে দুতরপীয়া হব; সেয়ে দীঘলে এবেগেত আরু পথালিয়েও এবেগেত হব। [১৭] তাত চারি শারীকৈ মণি খুৱাবা; তার প্রথম শারীত চুনী, পীতমণি, আরু মরকত; [১৮] দ্বিতীয় শারীত পদ্মরাগ, নীলকান্ত, আরু হীরা; [১৯] তৃতীয় শারীত পেরোজ, যিম্ম, আরু কটাহেলা; [২০] আরু চতুর্থ শারীত বৈদূর্য্য, গোমেদক, আরু সূর্য্যকান্ত; এই আটাইবোর আপোন আপোন ঘরত সোণেরে পতোৱা হব। [২১] এই মণি ইস্রায়েলর পুত্রবিলাকর নাম অনুসারে হব, সিবিলাকর নাম অনুসারেই বারটা হব; মোহর কটা নিচিনাকৈ প্রত্যেক মণিত বার ফৈদর নিমিত্তে এজন এজন পুত্রর নাম কটা থাকিব। [২২] বুকুপটাত লগাবলৈ, তুমি রচির দরে পকোৱা মালার নিচিনা দুডাল শুদ্ধ সোণর শিকলি করিবা। [২৩] আরু তুমি বুকুপটার নিমিত্তে সোণর দুটা আঙঠি গঢ়াই, সেই দুটা আঙঠি বুকুপটার দুই মূরত লগাবা। [২৪] আরু মালার দরে গঁথা সোণর সেই দুডাল শিকলি বুকুপটার দুই মূরত থকা আঙঠি দুটাত লগাবা। [২৫] আরু মালার দরে গঁথা শিকলি দুডালর দুই মূর, সেই ঘর দুটাত বন্ধ করি, এফোদর আগফালে সেই স্কন্ধপটি দুগছর ওপরত লগাবা। [২৬] আরু তুমি সোণর দুটা আঙঠি গঢ়াই, বুকুপটার দুই মূরত, এফোদর সম্মুখত থকা ভিতর-দাঁতিত লগাবা। [২৭] তুমি আরু দুটা সোণর আঙঠি গঢ়াই, এফোদর স্কন্ধপটি দুগছর তল ভাগত, তার আগফালে, জোৰা দিয়া ঠাইর ওচরত, এফোদর নিপুণরূপে বোৱা কঁকালির ওপরত তাক লগাবা। [২৮] তাতে, বুকুপটা যেন এফোদর নিপুণরূপে বোৱা কঁকালির ওপরত থাকে, আরু এফোদর পরা এরাই নেযায়, এই নিমিত্তে সিবিলাকে নীল বরণীয়া ফিতারে সেই বুকুপটাক তার আঙঠিরে সৈতে এফোদর আঙঠিত বান্ধিব। [২৯] যি সময়ত, হারোণ পবিত্র-স্থানত সোমাব, সেই সময়ত, যিহোৱার সম্মুখত সদাকালর সোঁৱরণর অর্থে, তেওঁ বিচারার্থক বুকু-পটাত ইস্রায়েলর পুত্রবিলাকর নাম আপোন বুকত বব। [৩০] সেই বিচারার্থক বুকুপটাত উরীম আরু তুম্মীম দিবা; তাতে, হারোণে যি সময়ত যিহোৱার আগলৈ প্রবেশ করিব, সেই সময়ত হারোণর বুকর ওপরত সেইবোর থাকিব; আরু হারোণে ইস্রায়েলর সন্তানবিলাকর বিচার-ভার যিহোৱার আগত সদায় আপোনার বুকত বব।

[৩১] তুমি এফোদর জামা গোটেইটো নীল বরণীয়া সূতারে করিবা। [৩২] তার সোঁ মাজত, মূর সুমুৱাবলৈ এটা বাট থাকিব; আরু সেয়ে নেফাটিবর নিমিত্তে, কৱচর ডিঙির দরে সেই বাটটোর চারিওফেরে, তাঁতিয়ে বোৱা ফিতা লগোৱা হব। [৩৩] আরু তুমি তার তল-দাঁতিত চারিওফেরে, নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙা বরণীয়া সূতারে ডালিম তুলিবা, আরু তার মাজে মাজে চারিওফেরে সোণর জুনুকা থাকিব; [৩৪] সেই জামার তল-দাঁতিত চারিওফেরে, এটা সোণর জুনুকা এটা ডালিম, আরু এটা সোণর জুনুকা এটা ডালিম, এইরূপে থাকিব। [৩৫] আরু হারোণে পরিচর্য্যা করিবর নিমিত্তে তাক পিন্ধিব; তাতে, তেওঁ যেতিয়া যিহোৱার আগলৈ পবিত্র-স্থানত সোমাব, আরু তার পরা ওলাই আহিব, তেতিয়া তার শবদ শুনা যাব, আরু তেওঁ নমরিব।

[৩৬] পাছে তুমি শুদ্ধ সোণর এটা পতা করি, মোহর কটা নিচিনাকৈ তার ওপরত "যিহোৱার উদ্দেশে পবিত্র" এই কথা কাটিবা। [৩৭] আরু তুমি তাক নীল বরণীয়া ফিতাত লগাই পাগ্‌টোর ওপরত আগফালে খুৱাই দিবা। [৩৮] আরু সেয়ে হারোণর কঁপালত থাকিব; তাতে, ইস্রায়েলর সন্তানবিলাকে আপোন আপোন পবিত্র দান দি যি যি দ্রব্য পবিত্র করিব, সেই সকলো পবিত্র দ্রব্যর অপরাধ হারোণে বব; আরু সিবিলাক যেন যিহোৱার আগত গ্রহণীয় হয়, এই নিমিত্তে সেয়ে সদায় তেওঁর কঁপালর ওপরত থাকিব। [৩৯] তুমি অঙ্গরক্ষক বস্ত্র গারি দি মিহি শণ সূতারে ববা, পাগ্‌টো শণ সূতারে যুগুত করিবা, আরু টঙালি উত্তমরূপে বুটা দি করিবা। [৪০] আরু হারোণর পুত্রবিলাকর নিমিত্তে অঙ্গরক্ষক বস্ত্র আরু টঙালি করিবা; মর্য্যাদা আরু শোভার অর্থে সিবিলাকর নিমিত্তে পাগুরি করিবা। [৪১] পাছে তোমার ককায়েরা

হারোণক, আরু তেওঁরে সৈতে তেওঁর পুত্র-বিলাকক সেইবোর পিন্ধাবা, আরু মোর অর্থে পুরোহিত-কর্ম্ম করিবর নিমিত্তে, তুমি সিবিলাকক অভিষিক্ত, আরু পুরোহিত-পদত নিযুক্ত করি পবিত্র করিবা। [৪২] সিবিলাকর গার উলঙ্গতা ঢাকিবর নিমিত্তে, কঁকালর পরা করগুণলৈকে তুমি সিবিলাকলৈ শণ সূতার জাঙিয়া করিবা। [৪৩] আরু যেতিয়া হারোণ আরু তেওঁর পুত্রবিলাক সাক্ষাৎ করা তাম্বুর ভিতরলৈ সোমাব, বা পবিত্রস্থানত পরিচর্য্যা করিবর নিমিত্তে বেদির ওচর চাপিব, তেতিয়া, সিবিলাকে যেন অপরাধ বৈ নমরে, এই নিমিত্তে সিবিলাকে এই বস্ত্র পিন্ধিব ; এয়ে হারোণ আরু তেওঁর ভাবি-বংশর পালন করিব লগীয়া চিরস্থায়ী বিধি।

পুরোহিতবিলাকক কামত নিযুক্ত করার বিষয়ে আদেশ।

**২৯** পাছে, মোর অর্থে পুরোহিত-কর্ম্ম করিবর নিমিত্তে সিবিলাকক পবিত্র করিবলৈ, তুমি সিবিলাকলৈ এই কর্ম্ম করিবা। এটা নির্ঘূণী দমরা গরু আরু ছুটা মটা মের লবা ; [২] আরু খমীর নিদিয়া পিঠা কেইটামান, তেল মিহলোবা খমীর নিদিয়া বিন্ধা থকা পিঠা কেই-টামান, আরু তেল ঢলা খমীর নিদিয়া পাতল চাকলীয়া পিঠা কেইটামান লবা ; সেইবোর মিহি আটাগুড়িরে সাজিবা। [৩] আরু এটা খরাহিত সেইবোর রাখিবা ; আরু খরাহিয়ে সৈতে সেই-বোর, দমড়া গরুটো, আরু মের ছুটা আনিবা। [৪] আরু হারোণক, আরু তেওঁর পুত্রবিলাকক সাক্ষাৎ করা তাম্বুর দুবার-মুখলৈ আনি গা ধুবাবা। [৫] পাছে সেই বস্ত্রবোর লৈ, হারোণক অন্তরক্ষক বস্ত্র, এফোদর জামা, এফোদ, আরু বুকুপটা পিন্ধাবা, আরু এফোদর নিপুণরূপে বোবা কঁকালি কাপর তেওঁত বান্ধিবা ; [৬] আরু তেওঁর মূরত পাগ পিন্ধাই তার ওপরত মুকুটস্বরূপে সেই পবিত্র পতা লগাবা। [৭] পাছে তুমি অভিষেকার্থক তেল লৈ, তেওঁর মূরর ওপরত ঢালি তেওঁক অভিষেক করিবা। [৮] তার পাছে তুমি তেওঁর পুত্রবিলাকক আনি অন্তরক্ষক বস্ত্র পিন্ধাবা। [৯] আরু হারোণ ও তেওঁর পুত্রবিলাকর কঁকালত টঙালি বান্ধিবা, আরু সিবিলাকর মূরত পাগুরি মরাই দিবা ; তাতে, পুরোহিত-পদত সিবিলাকর অধিকার থাকিবলৈ এক চিরস্থায়ী বিধি হব। এইরূপে তুমি হারোণ আরু তেওঁর পুত্রবিলাকক পুরোহিত-পদত নিযুক্ত করিবা। [১০] পাছে তুমি সাক্ষাৎ করা তাম্বুর সম্মুখলৈ সেই দমরা গরুটো আনিবা ; তেতিয়া হারোণ আরু তেওঁর পুত্র-বিলাকে গরুটোর মূরত হাত দিব। [১১] আরু তুমি সাক্ষাৎ করা তাম্বুর দুবার-মুখত যিহোবার সম্মুখত সেই দমরা গরুটো কাটিবা। [১২] পাছে সেই গরুটোর কিছু তেজ লৈ, আঙ্গুলিরে বেদির শিঙ্গত লগাবা, আরু বাকী তেজখিনি বেদির মূলত ঢালি দিবা। [১৩] আরু তার নাড়ী-ভুঁরু ঢকা আটাই তেল, কলিজার ওচরত থকা তেলীয়া ভাগ, ঘিলা ছুটা, আরু সেই ছুটার ওপরত থকা তেল লৈ বেদিত দগ্ধ করিবা। [১৪] কিন্তু সেই দমরাটোর মঙহ, ছাল, আরু গোবর ছাউনির বাহিরত জুইত পুরি ভস্ম করিবা ; সেয়ে পাপার্থক বলি। [১৫] পাছে তুমি প্রথমটো মের লবা ; তেতিয়া হারোণ আরু তেওঁর পুত্রবিলাকে সেই মেরটোর মূরত হাত দিব। [১৬] আরু তুমি সেই মেরটো কাটি, তার তেজ লৈ বেদির ওপরত চারিওফালে ছটিয়াই দিবা। [১৭] পাছে তুমি মেরটো খণ্ড খণ্ড করি, তার নাড়ী-ভুঁরু আরু ঠেং ধুই পেলাই খণ্ডবোরর আরু মূরর লগত থবা। [১৮] পাছে গোটেইটো মের বেদিত দগ্ধ করিবা ; সেয়ে যিহোবার উদ্দেশে হোম-বলি আরু সুঘ্রাণর অর্থে যিহোবার উদ্দেশে অগ্নিকৃত উপহার। [১৯] পাছে তুমি দ্বিতীয়টো মের লবা ; তেতিয়া হারোণ আরু তেওঁর পুত্রবিলাকে সেই মেরটোর মূরত হাত দিব। [২০] আরু তুমি সেই মের কাটি তার অলপমান তেজ লৈ, হারোণ আরু তেওঁর পুত্রবিলাকর সোঁ কাণর মূরত, সিবিলাকর সোঁ হাতর বুড়া আঙ্গুলিত, আরু সোঁ ভরির বুড়া আঙ্গুলিত লগাবা ; আরু বাকী তেজখিনি বেদির ওপরত চারিওফালে ছটিয়াই দিবা। [২১] পাছে তুমি বেদির ওপরত থকা তেজর, আরু অভি-ষেকার্থক তেলর কিছু লৈ, হারোণর ওপরত আরু তেওঁর বস্ত্রর ওপরত, আরু তেবেঁ সৈতে তেওঁর পুত্রবিলাকর ওপরত আরু সিবিলাকর বস্ত্রর ওপরতো ছটিয়াই দিবা ; তাতে তেওঁ আরু তেওঁর বস্ত্র, তেওঁর পুত্রবিলাক আরু সিবিলাকর

বস্ত্ৰ পবিত্ৰীকৃত হব। [২২] পাছে তুমি মেৰটোৰ তেল, নেগুৰ, নাড়ী-ভুঁৰু ঢকা তেল, কলিজাৰ ওচৰত থকা তেলীয়া ভাগ, ঘিলা দুটা, সেই দুটাৰ ওপৰত থকা তেল, আৰু সোঁ পাছ-পিৰা লবা; কিয়নো সেয়ে নিযুক্তকৰণাৰ্থক মেৰ। [২৩] পাছে, তুমি যিহোৱাৰ সন্মুখত থকা খমীৰ নিদিয়া পিঠাৰ সেই খৰাহিটোৰ পৰা এটা পিঠা, তেল মিহলোৱা বিস্কা থকা এটা পিঠা, আৰু এটা পাতল চাকলী য়াপিঠা লৈ, [২৪] হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকৰ হাতত সেই সকলোকে দি, দোলনীয় নৈবেদ্যৰ অৰ্থে যিহোৱাৰ সন্মুখত তাক দোলাবা। [২৫] পাছে তুমি সিবিলাকৰ হাতৰ পৰা সেই সকলোকে লৈ, যিহোৱাৰ সন্মুখত সুঘ্ৰাণৰ অৰ্থে, বেদিত সেই হোম-বলিৰ ওপৰত দগ্ধ কৰিবা; সেয়ে যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ। [২৬] পাছে তুমি হাৰোণৰ নিযুক্তকৰণাৰ্থক মেৰৰ আমঠু লৈ, দোলনীয় নৈবেদ্যৰ অৰ্থে যিহোৱাৰ সন্মুখত তাক দোলাবা; সেই খণ্ড তোমাৰ ভাগ হব। [২৭] হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকৰ নিযুক্তকৰণাৰ্থক মেৰটোৰ দোলনীয় উপহাৰ যি আমঠু দোলোৱা হব, আৰু উত্তোলনীয় উপহাৰ যি সোঁ পাছ-পিৰা তোলা হব, তাক তুমি পবিত্ৰ কৰিবা। [২৮] তাতে, হাৰোণ আৰু তেওঁৰ সন্তানবিলাকে ইস্ৰায়েলৰ সন্তানবিলাকৰ পৰা তাক পাবলৈ, সেয়ে চিৰস্থায়ী বিধি হব; কিয়নো সেয়ে উত্তোলনীয় উপহাৰ; আৰু এই উত্তোলনীয় উপহাৰ ইস্ৰায়েলৰ সন্তানবিলাকৰ মঙ্গলাৰ্থক বলিৰ পৰা দিব লগীয়া; এয়ে যিহোৱাৰ উদ্দেশে সিবিলাকৰ উত্তোলনীয় উপহাৰ। [২৯] বস্ত্ৰ পিন্ধি অভিষিক্ত আৰু নিযুক্ত হবৰ নিমিত্তে, হাৰোণৰ পবিত্ৰ বস্ত্ৰবোৰ তেওঁৰ পাছত তেওঁৰ পুত্ৰবিলাকৰ হব। [৩০] তেওঁৰ পুত্ৰবিলাকৰ মাজৰ যি জনে তেওঁৰ সলনি পুৰোহিত হৈ পবিত্ৰস্থানত পৰিচৰ্য্যা কৰিবলৈ সাক্ষাৎ কৰা তাম্বুত সোমাব, সেই জনেই সেই বস্ত্ৰ সাত দিন পিন্ধিব। [৩১] পাছে তুমি সেই নিযুক্তকৰণাৰ্থক মেৰটোৰ মাংস লৈ, কোনো এক পবিত্ৰ ঠাইত সিজাবা। [৩২] পাছে হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখত সেই মেৰটোৰ মাংস, আৰু খৰাহিত থকা সেই পিঠা ভোজন কৰিব। [৩৩] আৰু নিযুক্ত কৰি সিবিলাকক পবিত্ৰ কৰিবৰ নিমিত্তে যিহেৰে প্ৰায়শ্চিত্ত কৰা হব, তাক সিবিলাকে ভোজন কৰিব; কিন্তু আন কোনো লোকে তাক ভোজন নকৰিব, কাৰণ সেই সকলো পবিত্ৰ বস্তু। [৩৪] আৰু সেই নিযুক্তকৰণাৰ্থক মাংস আৰু পিঠাৰ পৰা যদি ৰাতিপুৱালৈ কিছু অৱশিষ্ট থাকে, তেন্তে সেই অৱশিষ্ট ভাগ জুইত পুৰি ভস্ম কৰিবা; কোনেও তাক ভোজন নকৰিব, কিয়নো সেয়ে পবিত্ৰ বস্তু। [৩৫]ময় তোমাক দিয়া সকলো আজ্ঞা অনুসাৰে, হাৰোণলৈ আৰু তেওঁৰ পুত্ৰবিলাকলৈ সেইৰূপে কৰিবা; সিবিলাকক নিযুক্ত কৰোঁতে সাত দিন নিয়াবা। [৩৬] আৰু তুমি প্ৰায়শ্চিত্তৰ নিমিত্তে প্ৰতিদিনে পাপাৰ্থক বলিস্বৰূপে এটা এটা দমৰা গৰু উৎসৰ্গ কৰিবা; আৰু বেদি প্ৰায়শ্চিত্ত কৰি, তাক শুচি কৰিবা, আৰু তাক পবিত্ৰ কৰিবৰ নিমিত্তে তাক অভিষেক কৰিবা। [৩৭] তুমি বেদি প্ৰায়শ্চিত্ত কৰি পবিত্ৰ কৰোঁতে সাত দিন নিয়াবা; তাতে বেদি অতি পবিত্ৰ হব; যি কোনোৱে বেদি স্পৰ্শ কৰিব, সি পবিত্ৰ হব।

[৩৮] সেই যজ্ঞবেদিৰ ওপৰত তুমি এই এই বলি উৎসৰ্গ কৰিবা; তুমি দিনে দিনে সদায় দুটা দুটা এবছৰীয়া মেৰ পোৱালি লবা; [৩৯] তাৰে এটা ৰাতিপুৱা, আনটো গধূলি উৎসৰ্গ কৰিবা। [৪০] প্ৰথম মেৰ পোৱালিটোৰ লগত হীনৰ চাৰি ভাগৰ এভাগ খুন্দি উলিওৱা তেল মিহলোৱা ঐফাৰ দহ ভাগৰ এভাগ মিহি আটাগুড়ি, আৰু পেয় নৈবেদ্যৰ নিমিত্তে হীনৰ চাৰিভাগৰ এভাগ দ্ৰাক্ষাৰস দিবা। [৪১] পাছে দ্বিতীয় মেৰ পোৱালিটো গধূলি উৎসৰ্গ কৰিবা; ৰাতিপুৱাৰ ভক্ষ্য আৰু পেয় নৈবেদ্যৰ দৰেই তালৈ কৰিবা; সেয়ে সুঘ্ৰাণৰ অৰ্থে যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ। [৪২] তোমাক কথা কবলৈ য'ত ময় তোমালোকে সৈতে সাক্ষাৎ কৰিম, তাত সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখত যিহোৱাৰ সন্মুখত এয়ে তোমালোকৰ পুৰুষানুক্ৰমে কৰিব লগীয়া নিত্য হোম। [৪৩] সেই ঠাইত ময় ইস্ৰায়েলৰ সন্তানবিলাকে সৈতে সাক্ষাৎ কৰিম; তাতে মোৰ প্ৰতাপৰ দ্বাৰায় সেই তাম্বু পবিত্ৰীকৃত হব। [৪৪] আৰু ময় সেই সাক্ষাৎ কৰা তাম্বু আৰু যজ্ঞবেদি পবিত্ৰ কৰিম, আৰু মোৰ অৰ্থে

পুৰোহিত-কৰ্ম্ম কৰিবৰ নিমিত্তে হাৰোণক আৰু তেওঁৰ পুত্ৰবিলাককো পবিত্ৰ কৰিম। [45] আৰু মই ইস্রায়েলৰ সন্তানবিলাকৰ মাজত বাস কৰিম, আৰু সিবিলাকৰ ঈশ্বৰ হম; [46] তাতে, যি জনাই সিবিলাকৰ মাজত বাস কৰিবলৈ সিবিলাকক মিচৰ দেশৰ পৰা উলিয়াই আনিলে, সিবিলাকৰ সেই ঈশ্বৰ যিহোৱা যে ময়েই, তাক সিবিলাকে জানিব। ময়েই সিবিলাকৰ ঈশ্বৰ যিহোৱা।

ধূপ-বেদি, প্ৰায়শ্চিত্তৰ ধন, প্ৰক্ষালন-পাত্ৰ, অভিষেকাৰ্থক তেল, আৰু ধূপৰ বিষয়ে আদেশ।

৩০ আৰু তুমি ধূপ জ্বলাবৰ নিমিত্তে এটা বেদি নিৰ্ম্মাণ কৰিবা; তাক চিটীম কাঠেৰে নিৰ্ম্মাণ কৰিবা। [2] সেয়ে এহাত দীঘল, এহাত বহল হব; তাৰ চাৰিও কোণ আৰু চাৰিওটা চুক সমান হব, আৰু ওখই দুহাত হব; তাৰ শিঙবোৰ তাৰ একে ডোখৰ কাঠতে হব। [3] তুমি তাত, অৰ্থাৎ তাৰ ওপৰ ভাগত, চাৰিও কোণত, আৰু তাৰ শিঙত শুদ্ধ সোণৰ পতা মাৰিবা; আৰু তাৰ চাৰিওফালে সোণৰ ছিৰী মাৰিবা। [4] আৰু তুমি তাৰ নিমিত্তে সোণৰ দুডাল খাৰুবা গঢ়াই, তাৰ ছিৰীৰ তলত দুই কোণৰ আৰু দুই চুকৰ ওচৰত লগাই দিবা; তাক বৈ নিবৰ নিমিত্তে সেয়ে কাণমাৰি সুমুউৱা ঠাই হব। [5] সেই কাণমাৰি চিটীম কাঠেৰে সাজি, তাত সোণৰ পতা মাৰিবা। [6] আৰু সাক্ষ্য-ফলিৰ চন্দুকৰ ওচৰত থকা প্ৰভেদক বস্ত্ৰৰ আগফালে, সাক্ষ্য-ফলিৰ চন্দুকৰ ওপৰত থকা পাপাবৰণৰ সম্মুখত তাক ৰাখিবা; সেই ঠাইতে মই তোমাৰে সৈতে সাক্ষাৎ কৰিম। [7] হাৰোণে তাৰ ওপৰত সুগন্ধি ধূপ জ্বলাব; প্ৰতিৰাতিপুৱা প্ৰদীপ পৰিষ্কাৰ কৰা সময়ত তেওঁ সেই ধূপ জ্বলাব। [8] আৰু গধূলি পৰত প্ৰদীপ জ্বলোৱা সময়ত তেওঁ তাক জ্বলাব; সেয়ে তোমালোকৰ পুৰুষানুক্ৰমে যিহোৱাৰ সম্মুখত নিত্য ধূপদাহ হব। [9] তোমালোকে তাৰ ওপৰত সাধাৰণ ধূপ, বা হোম-বলি, বা ভক্ষ্য নৈবেদ্য উৎসৰ্গ নকৰিবা, আৰু তাৰ ওপৰত পেয় নৈবেদ্যও নেঢালিবা। [10] আৰু বছৰৰ ভিতৰত হাৰোণে এবাৰ তাৰ শিঙ প্ৰায়শ্চিত্ত কৰিব; তোমালোকৰ পুৰুষানুক্ৰমে প্ৰায়শ্চিত্তাৰ্থক পাপবলিৰ তেজেৰে তেওঁ বছৰেকত এবাৰ প্ৰায়শ্চিত্ত কৰিব; এই বেদি যিহোৱাৰ উদ্দেশে অতি পবিত্ৰ।

[11] পাছে যিহোৱাই মোচিক কলে, [12] যেতিয়া তুমি ইস্রায়েলৰ সন্তানবিলাকৰ লেখ লব লগীয়াবিলাকৰ লেখ লবা, তেতিয়া, তুমি সিবিলাকৰ লেখ লোৱা সময়ত, সিবিলাকৰ প্ৰতিজনে যিহোৱাৰ উদ্দেশে আপোন আপোন প্ৰাণৰ অৰ্থে মুক্তিধন দিব; তাতে, তুমি লেখ লোৱা সময়ত সিবিলাকৰ মাজত মহামাৰী নহব। [13] সিবিলাকে দিব লগীয়া এই; যি কোনো লোক লেখ লব লগীয়াবিলাকৰ মাজত পড়িব, সি পবিত্ৰস্থানৰ চেকল অনুসাৰে আধা চেকল দিব; সেই চেকলত বিশ গেৰা হয়; সেই আধা চেকল যিহোৱাৰ উদ্দেশে দিব লগীয়া উপহাৰ। [14] বিশ বছৰ কি তাতকৈ অধিক বয়সীয়া যি কোনো লোক লেখ লব লগীয়াবিলাকৰ মাজত পড়িব, সিয়েই যিহোৱাৰ সেই উপহাৰ দিব। [15] তোমালোকৰ প্ৰাণৰ অৰ্থে প্ৰায়শ্চিত্ত কৰিবলৈ যিহোৱাৰ সেই উপহাৰ দিওঁতে, ধনীয়ে আধা চেকলতকৈ অধিক নিদিব, আৰু দুঃখীয়ায়ো তাতকৈ কম নিদিব। [16] তুমি ইস্রায়েলৰ সন্তানবিলাকৰ পৰা সেই প্ৰায়শ্চিত্তৰ ধন লৈ, সাক্ষাৎ কৰা তাম্বুৰ কাৰ্য্যৰ অৰ্থে তাক দিবা; তাতে, তোমালোকৰ প্ৰাণৰ প্ৰায়শ্চিত্তৰ নিমিত্তে সেয়ে ইস্রায়েলৰ সন্তানবিলাকৰ সোঁৱৰণৰ অৰ্থে যিহোৱাৰ আগত থাকিব।

[17] পাছে যিহোৱাই মোচিক কলে, [18] ধোৱা-পখলা কৰিবৰ নিমিত্তে তুমি পিত্তলৰ এটা প্ৰক্ষালন-পাত্ৰ, আৰু পিত্তলেৰে তাৰ খুৰা গঢ়াবা; তুমি তাক সাক্ষাৎ কৰা তাম্বুৰ আৰু হোম-বেদিৰ মাজত থৈ, তাত পানী ৰাখিবা। [19] হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে তাৰ পৰা আপোন আপোন হাত-ভৰি ধুব। [20] সাক্ষাৎ কৰা তাম্বুত সোমাওঁতে, বা যিহোৱাৰ পৰিচৰ্য্যা কৰিবৰ অৰ্থে, তেওঁৰ উদ্দেশে অগ্নিকৃত উপহাৰ দগ্ধ কৰিবৰ অৰ্থে বেদিৰ ওচৰলৈ আহোঁতে, সিবিলাক যেন নমৰে, এই নিমিত্তে সিবিলাকে আপোন আপোন হাত-ভৰি ধুব। [21] এই ৰূপে, সিবিলাকে নমৰিবৰ নিমিত্তে আপোন আপোন হাত-ভৰি ধুব;

এয়ে তেওঁর আরু তেওঁর বংশর পুরুষানুক্রমে পালন করিব লগীয়া চিরস্থায়ী বিধি।

[২২] পাছে যিহোৱাই মোচিক কলে, [২৩] তুমি আপোনার নিমিত্তে বিশেষ বিশেষ সুগন্ধি দ্রব্য, অর্থাৎ পবিত্রস্থানর চেকল অনুসারে, পাঁচ শ চেকল দ্রব গন্ধরস, আরু তার আধা, অর্থাৎ দুশ পঞ্চাশ চেকল সুগন্ধি দালচিনি, দুশ পঞ্চাশ চেকল সুগন্ধি বচ, [২৪] পাঁচ শ চেকল তেজপাত, আরু এক হীন জিত তেল লৈ, [২৫] সেইবোরেরে তুমি অভিষেকর অর্থে পবিত্র তেল, অর্থাৎ সুগন্ধিদ্রব্য-ব্যবসায়ীর নিয়মেরে করা সুগন্ধি তেল যুগুত করিবা; সেয়ে অভিষেকার্থক পবিত্র তেল হব। [২৬] তারে তুমি সাক্ষাৎ করা তাম্বু, সাক্ষ্য-ফলির চন্দুক, [২৭] মেজ আরু তার সকলো সঁজুলি, দীপাধার আরু তার সঁজুলিবোর, ধূপ-বেদি, [২৮] হোম-বেদি আরু তার সকলো সঁজুলি, প্রক্ষালন-পাত্র আরু তার খুরা অভিষেক করি, [২৯] সেই সকলোকে পবিত্র করিবা; তাতে সেই সকলো অতি পবিত্র হব; যি কোনোৱে সেইবোর স্পর্শ করিব, সি পবিত্র হব। [৩০] আরু মোর পুরোহিত-কর্ম্ম করিবর নিমিত্তে, তুমি হারোণক আরু তেওঁর পুত্রবিলাকক অভিষেক করি সি-বিলাকক পবিত্র করিবা। [৩১] আরু তুমি ইস্রায়েলর সন্তানবিলাকক কবা, তোমালোকর পুরুষানুক্রমে মোর নিমিত্তে সেয়ে অভিষেকার্থক পবিত্র তেল হব। [৩২] মানুহর গাত তাক ঢলা নেযাব; আরু তার দ্রব্যর পরিমাণ অনুসারে, তার নিচিনা আন কোনো তেল যুগুত নকরিবা; সেয়ে পবিত্র, তোমালোকলৈ পবিত্র হব। [৩৩] যি কোনোৱে তার নিচিনা তেল যুগুত করিব, বা যি কোনোৱে অন্যর গাত তার অলপ দিব, সি আপোন লোকবিলাকর মাজর পরা উচ্ছন্ন হব।

[৩৪] পাছে যিহোৱাই মোচিক কলে, তুমি আপোনার নিমিত্তে সুগন্ধি দ্রব্য, অর্থাৎ নাটাফ, নখী, হেল্‌বনা, এই সকলো সুগন্ধি দ্রব্যর, আরু নির্ম্মল কুন্দুরুর প্রত্যেকটা সমভাগ করি লবা। [৩৫] আরু তার দ্বারায় সুগন্ধিদ্রব্য-ব্যবসায়ীর নিয়মেরে করা লোণ মিহলোৱা এক নির্ম্মল পবিত্র সুগন্ধি ধূপ যুগুত করিবা। [৩৬] তার অলপ গুড়ি করি, যি সাক্ষাৎ করা তাম্বুত ময় তোমারে সৈতে সাক্ষাৎ করিম, তাত সাক্ষ্য-ফলির চন্দুকর সম্মুখত তাক থবা; সেয়ে তোমালোকলৈ অতি পবিত্র হব। [৩৭] আরু তুমি যি সুগন্ধি ধূপ করিবা, তার দ্রব্যর পরিমাণ অনুসারে তোমালোকে আপোনা-বিলাকর নিমিত্তে তাক নকরিবা; সেয়ে তোমার মানত যিহোৱার উদ্দেশে পবিত্র হব। [৩৮] যি কোনোৱে নিজে ঘ্রাণ লবর নিমিত্তে তার নিচিনা ধূপ যুগুত করিব, তাক আপোন লোকবিলাকর মাজর পরা উচ্ছন্ন করা হব।

ধর্ম্মধাম নির্ম্মাণ করাওঁতাবিলাকর কথা, আরু বিশ্রাম-দিনর বিষয়ে আদেশ।

**৩১** তার পাছে যিহোৱাই মোচিক কলে, [২] দেখা, ময় যিহুদা ফৈদর হূরর নাতিয়েক উরীর পুত্র বচলেলর নাম কাঢ়িলোঁ; [৩] আরু কৌশলর কার্য্য কল্পনা করিবলৈ, সোণ, রূপ, আরু পিত্তলর কাম করিবলৈ, [৪] খটাব লগীয়া মণি, আরু কাঠর কাম আদি সকলো প্রকার শিল্পকর্ম্ম করিবলৈ, [৫] ময় তেওঁক জ্ঞান, বুদ্ধি, বিদ্যা, আরু সকলো প্রকার শিল্প-কৌশলদায়ক ঈশ্বরীয় আত্মারে পরিপূর্ণ করিলোঁ। [৬] আরু দেখা, ময় দান ফৈদর অহীচামকর পুত্র অহলীয়াবক তেওঁর সহকারী করি দিলোঁ। আরু সকলো জ্ঞানী লোকর হৃদয়ত জ্ঞান দিলোঁ; তাতে ময় তোমাক যি যি আজ্ঞা করিলোঁ, সেই সকলোকে সিবিলাকে নির্ম্মাণ করিব। [৭] অর্থাৎ সাক্ষাৎ করা তাম্বু, সাক্ষ্য-ফলির চন্দুক, আরু তার ওপরত থকা পাপাবরণ, আরু তাম্বুর সকলো বস্তু; [৮] মেজ আরু তার সঁজুলি, নির্ম্মল সোণর দীপাধার আরু তার সকলো সঁজুলি, ধূপ-বেদি, [৯] হোম-বেদি আরু তার সকলো সঁজুলি, প্রক্ষালন-পাত্র আরু তার খুরা; [১০] আরু পুরোহিত-কর্ম্ম করিবর নিমিত্তে, নিপুণরূপে করা মিহি বস্ত্র, হারোণ পুরোহিতর পবিত্র বস্ত্র, আরু তেওঁর পুত্রবিলাকর বস্ত্র; [১১] অভিষেকার্থক তেল, আরু পবিত্রস্থানর নিমিত্তে সুগন্ধি ধূপ। ময় তোমাক যেনেকৈ আজ্ঞা করিলোঁ, সেই রূপেই সিবিলাকে করিব।

[১২] পাছে যিহোৱাই মোচিক কলে, [১৩] তুমি ইস্রায়েলর সন্তানবিলাকক এই কথা কোৱা, তোমালোকে অবশ্যে মোর বিশ্রাম-দিন পালন করিবা; কিয়নো, ময়েই যে তোমালোকর পবিত্র-কর্ত্তা যিহোৱা, ইয়াক যেন তোমালোকে জানিব

পারা, এই নিমিত্তে তোমালোকর পুরুষানুক্রমে মোর আরু তোমালোকর মাজত এয়ে এক চিন হব। [১৪] এই হেতুকে তোমালোকে বিশ্রাম-দিন পালন করিবা; কিয়নো তোমালোকর নিমিত্তে সেয়ে পবিত্র। যি জনে তাক অপবিত্র করিব, অবশ্যে তার প্রাণদণ্ড হব; কিয়নো যি কোনোৱে সেই দিনা কাম করিব, তাক আপোন লোক-বিলাকর মাজর পরা উচ্ছন্ন করা হব। [১৫] ছদিন কাম করা হব, কিন্তু সপ্তম দিন সম্পূর্ণ বিশ্রামর বিশ্রাম-দিন; সেয়ে যিহোৱার উদ্দেশে পবিত্র; সেই বিশ্রাম-দিনত যি কোনোৱে কাম করিব, তার অবশ্যে প্রাণদণ্ড হব। [১৬] এই হেতুকে, ইস্রায়েলর সন্তানবিলাকে চিরস্থায়ী নিয়ম বুলি পুরুষানুক্রমে মান্য করিবর নিমিত্তে, তোমালোকে বিশ্রাম-দিন পালন করিবা; [১৭] মোর আরু ইস্রায়েলর সন্তানবিলাকর মাজত এয়ে চিরস্থায়ী চিন হব; কিয়নো যিহোৱাই ছদিনে আকাশ-মণ্ডল আরু পৃথিবী নির্ম্মাণ করি সপ্তম দিনা বিশ্রাম করি তৃপ্ত হৈছিল।

[১৮] পাছে যিহোৱাই চীনয় পর্ব্বতত মোচিরে সৈতে কথা হৈ এঁটাই, সাক্ষ্য ফলি দুখন, ঈশ্বরর আঙ্গুলিরে লিখা শিলর ফলি দুখন তেওঁক দিলে।

### ইস্রায়েলর সন্তানবিলাকর বিপথ-গমন, আরু তার দণ্ড।

**৩২** পাছে, পর্ব্বতর পরা নামিবলৈ মোচির পলম হোৱা দেখি, লোকবিলাকে হারোণর ওচরত গোট খাই তেওঁক কলে, উঠা, আমার আগে আগে যাবর নিমিত্তে আমার অর্থে এজন দেৱতা নির্ম্মাণ করা; কিয়নো যি মোচিয়ে আমাক মিচর দেশর পরা উলিয়াই আনিলে, সেই মানুহর কি হল, তাক আমি নেজানো। [২] তাতে হারোণে সিবিলাকক কলে, তোমালোকে আপোনাবিলাকর লরা-তিরুতাবোরর কাণর সোণর কুণ্ডলবোর বেগাই সোলোকাই মোর ওচরলৈ আনা। [৩] তাতে সকলো লোকে আপোন আপোন কাণর পরা সোণর কুণ্ডলবোর বেগাই সোলোকাই হারোণর ওচরলৈ আনিলে। [৪] তেতিয়া তেওঁ সিবিলাকর হাতর পরা তাক গ্রহণ করি শিল্পর অস্ত্রেরে গঠন করিলে, আরু তাক সাঁচত ঢলা এটা দামুরি করিলে; তেতিয়া সিবিলাকে কবলৈ ধরিলে, হে ইস্রায়েল, মিচর দেশর পরা তোমাক উলিয়াই অনা ঈশ্বর এইয়া। [৫] হারোণে তাকে দেখি, তার আগত এটা যজ্ঞ-বেদি নির্ম্মাণ করিলে; আরু কাইলৈ যিহোৱার উদ্দেশে উৎসব হব, এই বুলি তেওঁ ঘোষণা করিলে। [৬] তাতে লোকবিলাকে তার পাছদিনা অতি রাতিপুৱাতে উঠি হোম-বলি উৎসর্গ করিলে, আরু মঙ্গলার্থক বলি আনিলে; আরু লোকবিলাকে ভোজন-পান করিবলৈ বহিল, পাছে রঙ্গ-ধেমালি করিবলৈ উঠিল।

[৭] তেতিয়া যিহোৱাই মোচিক কলে, তুমি নামি যোৱা; কিয়নো তোমার যি লোকবিলাকক তুমি মিচর দেশর পরা উলিয়াই আনিলা, সি-বিলাক ভ্রষ্ট হল। [৮] ময় সিবিলাকক যি পথর বিষয়ে আজ্ঞা দিছিলোঁ, সিবিলাক বেগতে তার পরা ঘূরিল; সিবিলাকে আপোনাবিলাকর নিমিত্তে সাঁচত ঢলা এটা দামুরি নির্ম্মাণ করি, তার আগত প্রণিপাত করিলে; আরু তার উদ্দেশে বলিদান করি কলে, হে ইস্রায়েল, মিচর দেশর পরা তোমাক উলিয়াই অনা ঈশ্বর এইয়া। [৯] যিহোৱাই মোচিক আরু কলে, ময় সেই লোক-বিলাকক দেখিলোঁ, দেখা, সিবিলাক ঠরডিঙীয়া জাতি; [১০] এই হেতুকে, সিবিলাকর বিরুদ্ধে মোর ক্রোধ প্রজ্জ্বলিত হবলৈ, আরু ময় সিবিলাকক সংহার করিবলৈ তুমি মোক এরি দিয়া; পাছত তোমার পরা এক মহাজাতি উৎপন্ন করিম। [১১] তেতিয়া মোচিয়ে আপোন ঈশ্বর যিহোৱাক মিনতি করি কলে, হে যিহোৱা, তোমার যি প্রজাবিলাকক তুমি মহাপরাক্রম আরু বলৱান হাতেরে মিচর দেশর পরা উলিয়াই আনিলা, সিবিলাকর বিরুদ্ধে তোমার ক্রোধ কিয় প্রজ্জ্ব-লিত হব? [১২] অপকারর নিমিত্তে, পর্ব্বতীয়া অঞ্চলত সিহঁতক বিনষ্ট করি পৃথিবীর পরা লুপ্ত করিবর নিমিত্তে, তেওঁ সিহঁতক বাহির করি নিলে, এই বুলি মিচরীয়াবিলাকে কিয় কব? তুমি আপোন প্রচণ্ড ক্রোধর পরা ঘূরি আপোন প্রজাবিলাকর অপকার করার বিষয়ে ক্ষান্ত হোৱা। [১৩] তুমি আপোন দাস অব্রাহাম, ইচ্‌হাক, আরু ইস্রায়েলক সোঁৱরা; তেওঁবিলাকর আগত তুমি নিজ নামেরে শপথ করি তেওঁবিলাকক

কৈছিলা, মঞি আকাশৰ তৰাবোৰৰ নিচিনাকৈ তোমালোকৰ বংশ বৃদ্ধি কৰিম, আৰু এই যি দেশৰ কথা কলোঁ, এই গোটেইখন দেশ তোমালোকৰ বংশক দিম; সিবিলাকে চিৰকাল অধিকাৰ কৰিব। [১৪]তেতিয়া যিহোৱাই আপোন প্ৰজাবিলাকৰ যি অপকাৰ কৰিম বুলি কৈছিল, তাৰ পৰা ক্ষান্ত হল।

[১৫] তাৰ পাছে মোচিয়ে মুখ ঘূৰাই, সাক্ষ্য-ফলি দুখন হাতত লৈ পৰ্ব্বতৰ পৰা নামিল; সেই ফলিৰ ইপিঠিয়ে সিপিঠিয়ে দুই পিঠিয়ে লিখা আছিল। [১৬] সেই ফলি দুখন ঈশ্বৰে কৰা, আৰু সেই দুখন ফলিত লিখাও, ঈশ্বৰে কাটি লিখা। [১৭] পাছে যিহোচূৱাই লোকবিলাকে এৰাও কৰা শুনি মোচিক কলে, ছাউনিত যুদ্ধৰ শবদ হৈছে। [১৮] তাতে তেওঁ কলে, এয়ে জয়ধ্বনিৰ শবদ নহয়, বা পৰাজয়-ধ্বনিৰো শবদ নহয়; কিন্তু গান কৰাৰহে শবদ মঞি শুনিবলৈ পাইছোঁ। [১৯] পাছে, মোচিয়ে ছাউনিৰ ওচৰ চাপিলত, সেই দামুৰি, আৰু নাচ কৰা দেখিলে; তাতে তেওঁ খঙত জ্বলি উঠি, আপোনাৰ হাতৰ পৰা সেই ফলি দুখন পৰ্ব্বতৰ তললৈ পেলাই দি ভাঙ্গি পেলালে; [২০] আৰু সিবিলাকে নিৰ্ম্মাণ কৰা দামুৰিটো লৈ জুইত পুৰিলে, আৰু তাক পিহি ধূলিৰ নিচিনা কৰি, পানীৰ ওপৰত ছটিয়াই ইস্ৰায়েলৰ সন্তানবিলাকক পান কৰালে। [২১] পাছে মোচিয়ে হাৰোণক কলে, এই লোকবিলাকে তোমাক কি কৰিছিল, যে তুমি সিবিলাকক এনে মহাপাপত পেলালা? [২২]তাতে হাৰোণে কলে, মোৰ প্ৰভুৰ ক্ৰোধ প্ৰজ্বলিত নহওক; আপুনি লোকবিলাকক জানেই, যে, সিহঁত দুষ্টতাত আসক্ত। [২৩] সিহঁতেই মোক কলে, যে, আমাৰ আগে আগে যাবৰ নিমিত্তে আমাৰ অৰ্থে এজন দেৱতা নিৰ্ম্মাণ কৰা; কিয়নো যি মোচিয়ে আমাক মিচৰ দেশৰ পৰা উলিয়াই আনিলে, সেই মানুহৰ কি হল, তাক আমি নেজানো। [২৪] তেতিয়া মঞি সিহঁতক কলোঁ, তোমালোকৰ মাজত যাৰ যি সোণৰ অলঙ্কাৰ আছে, সি তাক বেগাই সোলোকাই দিওক; তাতে, সিহঁতে মোক দিলত, মঞি তাক জুইত পেলাই দিলোঁ; তাৰে পৰা সেই দামুৰি ওলাল। [২৫] পাছে মোচিয়ে দেখিলে, যে, লোকবিলাক আপোন-মনমত হল; কিয়নো হাৰোণে শত্ৰুবোৰৰ মাজত সিবিলাকক হাঁহিয়াত কৰাবলৈ, সিবিলাকক ইচ্ছামতে চলিবলৈ এৰি দিলে। [২৬] তেতিয়া মোচিয়ে ছাউনিৰ দুৱাৰ-মুখত থিয় হৈ কলে, যি জন যিহোৱাৰ ফলীয়া, সি মোৰ ওচৰলৈ আহোক; তাতে লেবীৰ সকলো সন্তানবিলাক তেওঁৰ ওচৰত গোট খালেহি। [২৭] পাছে তেওঁ সিবিলাকক কলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, তেমালোক প্ৰতিজনে আপোন আপোন কৰঙনত তৰোৱাল বান্ধি ছাউনিৰ মাজেদি এখন দুৱাৰৰ পৰা আন দুৱাৰলৈ অহাযোৱা কৰা, আৰু প্ৰতিজনে আপোন আপোন ভাই, বন্ধু, আৰু চুবুৰীয়াক বধ কৰা। [২৮] তাতে লেবীৰ সন্তানবিলাকে মোচিৰ বাক্যৰ দৰেই কৰিলে; সেই দিনা লোকবিলাকৰ মাজত তিনি হাজাৰমান লোক মৰা পড়িল। [২৯] কিয়নো মোচিয়ে কৈছিল, যিহোৱাই আজি তোমালোকক আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে, তোমালোক প্ৰতিজনে আজি যিহোৱাৰ উদ্দেশে আপোনাবিলাকক উৎসৰ্গ কৰা, এনে কি, আপোন আপোন পুত্ৰ আৰু ভাইৰ অহিতেই উৎসৰ্গ কৰা। [৩০] তাৰ পাছদিনা মোচিয়ে লোকবিলাকক কলে, তোমালোকে মহাপাপ কৰিলা; এতেকে মঞি এতিয়া যিহোৱাৰ ওচৰলৈ উঠি যাওঁ; যদি পাৰোঁ, তোমালোকৰ পাপৰ প্ৰায়শ্চিত্ত কৰিম। [৩১] পাছে মোচিয়ে যিহোৱাৰ ওচৰলৈ উলটি গৈ কলে, হায় হায়, সেই লোকবিলাকে মহাপাপ কৰিলে; সিবিলাকে আপোনাবিলাকৰ নিমিত্তে এটা সোণৰ দেৱতা নিৰ্ম্মাণ কৰিলে। [৩২] তথাপি এতিয়াও তুমি সিবিলাকৰ পাপ ক্ষমা কৰা যদি, কৰা; নকৰা যদি, মঞি বিনয় কৰিছোঁ, তুমি লিখা তোমাৰ পুস্তকৰ পৰা মোৰ নাম কাটি পেলোৱা। [৩৩] তাতে যিহোৱাই মোচিক কলে, যি জনে মোৰ বিৰুদ্ধে পাপ কৰিলে, তাৰহে নাম মঞি মোৰ পুস্তকৰ পৰা কাটি পেলাম। [৩৪] এতেকে এতিয়া যোৱা, মঞি যি দেশৰ বিষয়ে তোমাক কৈছিলোঁ, সেই দেশলৈকে লোকবিলাকক লৈ যোৱা; দেখা, মোৰ দূত তোমাৰ আগে আগে যাব; কিন্তু মঞি প্ৰতিফল দিবৰ দিনা সিবিলাকৰ পাপৰ প্ৰতিফল দিম। [৩৫] এই ৰূপে যিহোৱাই লোকবিলাকক আঘাত কৰিলে; কিয়নো লোকবিলাকে হাৰোণৰ দ্বাৰায় দামুৰি নিৰ্ম্মাণ কৰাইছিল।

৩৩ পাছে যিহোৱাই মোচিক কলে, তুমি যোৱা, যি দেশ তোমার বংশক দিম বুলি ময় অব্রাহাম, ইচ্‌হাক, আরু যাকোবর আগত শপথ করিছিলোঁ, সেই দেশলৈ, মিচর দেশর পরা বাহির করি অনা লোকবিলাকে সৈতে তুমি ইয়ার পরা উঠি যোৱা। [২] ময় তোমার আগে আগে এজন দূত পঠাই, কনানীয়া, ইমোরীয়া, হিত্তীয়া, পরিজ্জীয়া, হিব্বীয়া, আরু যিবুচীয়া লোকবিলাকক খেদোৱাই, দুগ্ধ মধু বৈ থকা এখন দেশলৈ তোমাক নিয়াম। [৩] কিয়নো ময় তোমার মাজত নেযাম; কারণ তুমি ঠরডিঙীয়া জাতি; ময় গলে কিজানি বাটত তোমাক বিনষ্ট করিম। [৪] পাছে লোকবিলাকে সেই অমঙ্গলর কথা শুনি শোক করিলে, আরু কোনেও আপোন গাত অলঙ্কার নিপিন্ধিলে। [৫] যিহোৱাই মোচিক কলে, তুমি ইস্রায়েলর সন্তানবিলাকক এই কথা কোৱা, তোমালোক ঠরডিঙীয়া জাতি; যদি ময় তোমালোকর মাজলৈ এক নিমিষর নিমিত্তেই যাওঁ, তেন্তে ময় তোমালোকক বিনষ্ট করিম; এতেকে এতিয়া আপোন আপোন গার পরা অলঙ্কার গুচুৱা; তাতে, তোমালোকর বিষয়ে ময় কি করিব লাগিব, তাক ময় জানিম। [৬] তাতে ইস্রায়েলর সন্তানবিলাকে হোরেব পর্ব্বতর পরাই আপোন আপোন অলঙ্কারবোর দূর করিলে।

[৭] পাছে মোচিয়ে তাম্বুটো লৈ, ছাউনির বাহিরে কিছু দূরত তরিলে; আরু তার নাম সাক্ষাৎ করা তাম্বু রাখিলে। আরু যিহোৱাক বিচরা প্রতিজনে ছাউনির বাহিরে থকা সেই সাক্ষাৎ করা তাম্বুলৈ যায়। [৮] আরু যেতিয়া মোচি বাহির ওলাই সেই তাম্বুলৈ যায়, তেতিয়া সকলো লোকে উঠি প্রতিজনে আপোন আপোন তাম্বুর দুৱার-মুখত থিয় হয়, আরু মোচিয়ে সেই তাম্বুত নোসোমাইমানলৈকে তেওঁর পাছলৈ চাই থাকে। [৯] আরু মোচি তাম্বুত সোমোৱার পাছে, মেঘ-স্তম্ভ নামি আহি তাম্বুর দুৱার-মুখত স্থিতি হয়, আরু যিহোৱাই মোচিরে সৈতে কথাবার্ত্তা হয়। [১০] তাম্বুর দুৱার-মুখত স্থিতি হোৱা মেঘ-স্তম্ভ দেখামাত্রে, সকলো লোকে উঠি প্রতিজনে আপোন আপোন তাম্বুর দুৱার-মুখত থাকি প্রণিপাত করে। [১১] মানুহে যেনেকৈ আপোন বন্ধুর আগত কথা কয়, যিহোৱাই তেনেকৈ সম্মুখা-সম্মুখিকৈ মোচিক কথা কয়; পাছে মোচি ছাউনিলৈ উলটি আহে, কিন্তু তেওঁর ডেকা পরিচারক, নূনর পুত্র যিহোচূৱাই তাম্বুর ভিতরর পরা নাহে।

### ইস্রায়েলর সন্তানবিলাকর নিমিত্তে মোচির প্রার্থনা।

[১২] পাছে মোচিয়ে যিহোৱাক কলে, দেখা, এই লোকবিলাকক লৈ যাবলৈ তুমি মোক কৈছা; কিন্তু মোর লগত যি জনক পঠাবা, তেওঁর পরিচয় মোক দিয়া নাই। তথাপি কৈছা, নামর দ্বারায় ময় তোমাক জানো, আরু তুমি মোর দৃষ্টিত অনুগ্রহো পালা। [১৩] বারু, ময় যদি তোমার দৃষ্টিত অনুগ্রহ পালোঁ, তেন্তে, বিনয় করিছোঁ, ময় যেন তোমাক জানি তোমার দৃষ্টিত অনুগ্রহ পাওঁ, এই নিমিত্তে মোক তোমার পথ জনোৱা; আরু এই জাতি যে তোমারেই প্রজা, ইয়াকো বিবেচনা করা। [১৪] তেতিয়া তেওঁ কলে, ময় স্বয়ং তোমার লগত যাম, আরু ময় তোমাক বিশ্রাম দিম। [১৫] তাতে মোচিয়ে তেওঁক কলে, যদি তুমি স্বয়ং মোর লগত নোযোৱা, তেন্তে আমাক ইয়ার পরা লৈ নেযাবা। [১৬] কিয়নো, ময় আরু তোমার এই প্রজাবিলাক যে তোমার দৃষ্টিত অনুগ্রহ পাইছোঁ, ইয়াক কিহর দ্বারায় জনা যাব? তুমি আমার লগত যোৱার দ্বারায় নহয় নে? তার দ্বারায়েই ময় আরু তোমার প্রজাবিলাক গোটেই পৃথিবীত থকা সকলো জাতির পরা বিভিন্ন হওঁ।

[১৭] পাছে যিহোৱাই মোচিক কলে, এই যি কথা তুমি কলা, তাকো ময় করিম; কিয়নো তুমি মোর দৃষ্টিত অনুগ্রহ পাইছা, আরু ময় নামর দ্বারায় তোমাক জানো। [১৮] তেতিয়া তেওঁ কলে, বিনয় করিছোঁ, তুমি মোক তোমার প্রতাপ দেখিবলৈ দিয়া। [১৯] তাতে যিহোৱাই কলে, ময় তোমার আগেদি মোর সকলো উত্তমতা গমন করাম, আরু তোমার আগত যিহোৱার নাম ঘোষণা করিম; যাক ময় অনুগ্রহ করিব খোজোঁ, তাক ময় অনুগ্রহ করিম, আরু যাক ময় দয়া করিব খোজোঁ, তাক ময় দয়া করিম। [২০] তেওঁ আরু কলে, তুমি মোর মুখ দেখা পাব নোৱারা; কারণ মানুহে মোক দেখিলে নিজীব। [২১] যিহো-

বাই কলে, দেখা, মোর ওচরত এডোখর ঠাই আছে, আরু তুমি শিলটোর ওপরত থিয় হবাগৈ ; [২২] তাতে, তোমার আগেদি মোর প্রতাপ গমন করা সময়ত, মই তোমাক শিলটোর ফাটত থম, আরু মোর গমনর শেষ নহয়মানে মোর হাতর তলুৱারে তোমাক ঢাকি ধরিম ; [২৩] পাছে মই হাত গুচালে, তুমি মোর পাছফাল দেখিবলৈ পাবা, কিন্তু মোর মুখ দেখা নেযাব।

পুনরায় নিয়ম স্থাপন করা।

**৩৪** পাছে যিহোৱাই মোচিক কলে, তুমি আগর নিচিনা শিলর দুখন ফলি কাটা ; তুমি ভঙ্গা আগর সেই ফলি দুখনত যি যি লিখা আছিল, সেই সকলো কথা মই সেই দুখন ফলিতো লিখিম। [২] আরু তুমি রাতিপুৱাতে যুগুত হবা ; আরু রাতিপুৱাতে চীনয় পর্ব্বতলৈ উঠি গৈ, তাত পর্ব্বতর টিঙত মোর ওচরত উপস্থিত হবা। [৩] কিন্তু তোমার লগত কোনো মানুহ নুঠোক ; আরু গোটেই পর্ব্বতত ক'তো কোনো মানুহ দেখা নেযাওক ; আরু গরু মের আদির জাকো সেই পর্ব্বতর আগত নচরোক। [৪] পাছে মোচিয়ে আগর নিচিনা শিলর দুখন ফলি কাটি, যিহোৱার আজ্ঞা অনুসারে রাতিপুৱাই উঠি চীনয় পর্ব্বতলৈ উঠিল ; আরু শিলর সেই ফলি দুখনো হাতত ললে। [৫] তেতিয়া যিহোৱা মেঘডোখরেরে ঢকা হৈ নামিল ; আরু তাত তেওঁর লগত থিয় হৈ, যিহোৱার নাম ঘোষণা করিলে। [৬] যিহোৱাই তেওঁর আগেদি গমন করি ইয়াকে ঘোষণা করিলে, "যিহোৱা, যিহোৱাই কৃপা আরু দয়ারে পরিপূর্ণ ঈশ্বর, ক্রোধত ধীর, দয়া আরু সত্যতাত মহান ; [৭] হাজার হাজার পুরুষলৈকে দয়া করোঁতা ; অপরাধ, আজ্ঞালঙ্ঘন, আরু পাপ ক্ষমা কারোঁতা ; তথাপি তেওঁ নিশ্চয়ে দোষীক নির্দ্দোষী নকরে ; তৃতীয় চতুর্থ পুরুষলৈকে পুতেক আরু নাতিয়েকহঁতর ওপরত পিতৃবিলাকর অপরাধর প্রতিফল দিওঁতা।" [৮] তেতিয়া মোচিয়ে বেগাই মাটিলৈ মূর দোঁৱাই প্রণিপাত করিলে, [৯] আরু কলে, হে প্রভো, মই যদি আপোনার দৃষ্টিত অনুগ্রহ পাইছোঁ, তেন্তে, বিনয় করিছোঁ, মোর প্রভু আমার মাজত যাওক ; কিয়নো ইবিলাক ঠরডিঙীয়া জাতি ; আরু আমার অপরাধ ও পাপ ক্ষমা করি, আমাক আপোন অধিকারর অর্থে গ্রহণ করোক। [১০] তেতিয়া যিহোৱাই কলে, দেখা, মই এটী নিয়ম করোঁ ; গোটেই পৃথিবীত, বা কোনো জাতির মাজত যেনেকুৱা কেতিয়াও করা হোৱা নাই, তেনেকুৱা আশ্চরিত কর্ম্ম মই তোমার সকলো লোকর আগত করিম ; তাতে তুমি যিবিলাক লোকর মাজত আছা, সিহঁত সকলোৱে যিহোৱার সেই কর্ম্ম দেখিব, কিয়নো তোমার আগত মই যি করিম, সেয়ে ভয়ঙ্কর হব। [১১] আজি মই তোমাক যি আজ্ঞা দিম, তাক পালন করা ; দেখা, মই ইমোরীয়া, কনানীয়া, হিত্তীয়া, পরিজ্জীয়া, হিব্বীয়া, আরু যিবুচীয়াবিলাকক তোমার আগর পরা খেদাই দিম। [১২] সাবধান, যি দেশলৈ তুমি গৈছা, সেই দেশত নিবাস করা লোকবিলাকে সৈতে কোনো নিয়ম স্থির নকরিবা ; যদি করা, তেন্তে সেয়ে তোমার মাজত ফান্দস্বরূপ হব। [১৩] কিন্তু তোমালোকে সিহঁতর যজ্ঞবেদিবোর ভাঙিবা, সিহঁতর স্তম্ভবোর খণ্ড খণ্ড করিবা, আরু সিহঁতর আচেরা মূর্ত্তিবোর কাটি পেলাবা। [১৪] কিয়নো তুমি কোনো ইতর দেৱতার আগত প্রণিপাত করিব নেলাগে ; কারণ, যি যিহোৱা আপোন মর্য্যাদা রখাত উদ্যোগী নামেরে প্রখ্যাত, তেওঁ আপোন মর্য্যাদা রখাত উদ্যোগী ঈশ্বর। [১৫] সাবধান, তুমি সেই দেশনিবাসী লোকবিলাকে সৈতে নিয়ম নকরিবা ; করিলে, যি সময়ত সিহঁতে আপোন দেৱতাবোরর অনুগামী হৈ ব্যভিচার করে, আরু আপোন দেৱতাবোরর আগত বলিদান করে, সেই সময়ত কোনোৱে তোমাক মাতিলে তুমি তার বলিদ্রব্য খাবা ; [১৬] বা তুমি আপোন পুত্রবিলাকর নিমিত্তে সিহঁতর জীয়ারীবোরক গ্রহণ করিলে, সিহঁতর জীয়ারীবোরে আপোন দেৱতাবোরর অনুগামী হৈ ব্যভিচার করি, তোমার পুত্রবিলাককো সিহঁতর দেৱতাবোরর অনুগামী করাই ব্যভিচার করাব। [১৭] তুমি আপোনার নিমিত্তে সাঁচত ঢলা কোনো দেৱমূর্ত্তি নির্ম্মাণ নকরিবা। [১৮] তুমি খমীর নিদিয়া পিঠার পর্ব্ব পালন করিবা। মই তোমাক আজ্ঞা করার দরে, আবীব মাহর নিরূপিত কালত সাত দিন খমীর নিদিয়া পিঠা খাবা ; কিয়নো সেই আবীব মাহতে তুমি মিচর দেশর পরা ওলাই আহিলা।

১৯ গৰ্ভ ভেদ কৰি ওলোৱা সকলো গৰ্ভফল, আৰু গৰু, মেৰ, বা ছাগৰ জাকৰ মাজতো গৰ্ভ ভেদ কৰি ওলোৱা সকলো মতা পশু মোৰ। ২০ গৰ্ভ ভেদ কৰি ওলোৱা গাধৰ গৰ্ভফলৰ সলনি, তুমি মেৰ বা ছাগ পোৱালি দি তাক মুক্ত কৰিবা; যদি মুক্ত নকৰা, তেন্তে তাৰ ডিঙি ভাঙিবা। তোমাৰ প্ৰথমে জন্মা আটাই পুত্ৰক তুমি মুক্ত কৰিবা। আৰু কোনেও শুদাহাতে মোৰ আগত উপস্থিত হব নেলাগে। ২১ তুমি ছদিন পৰিশ্ৰম কৰিবা, কিন্তু সপ্তম দিনা বিশ্ৰাম কৰিবা; হাল বোৱা আৰু শস্য দোৱা সময়তো বিশ্ৰাম কৰিবা। ২২ তুমি সপ্তাহবোৰৰ পৰ্ব্ব, অৰ্থাৎ দোৱা ঘেঁহু ধানৰ প্ৰথম ফলৰ পৰ্ব্ব, আৰু বছৰৰ শেষত ফল চপোৱাৰ পৰ্ব্ব পালন কৰিবা। ২৩ বছৰৰ ভিতৰত তিনিবাৰ তোমালোকৰ আটাই পুৰুষবিলাক ইস্ৰায়েলৰ ঈশ্বৰ প্ৰভু যিহোৱাৰ আগত উপস্থিত হব লাগে। ২৪ কিয়নো মই তোমাৰ আগৰ পৰা পৰজাতিবিলাকক দূৰ কৰি, তোমাৰ সীমা বৃদ্ধি কৰিম; আৰু তুমি বছৰৰ ভিতৰত তিনিবাৰ আপোন ঈশ্বৰ যিহোৱাৰ আগত উপস্থিত হবলৈ গলে, তোমাৰ ভূমিলৈ কোনেও লোভ নকৰিব। ২৫ তুমি মোৰ বলিৰ তেজ খমীৰ দিয়া পিঠাৰে সৈতে উৎসৰ্গ নকৰিবা; আৰু নিস্তাৰ-পৰ্ব্বৰ বলিৰ অলপো ৰাতিপুৱালৈ নেৰাখিবা। ২৬ তুমি আপোন মাটিৰ প্ৰথম ফলৰ আগ ভাগ আপোন ঈশ্বৰ যিহোৱাৰ গৃহলৈ আনিবা। তুমি ছাগলী পোৱালিক তাৰ মাকৰ গাখীৰত নিসিজাবা। ২৭ পাছে যিহোৱাই মোচিক কলে, তুমি এই সকলো বাক্য লিখা; কিয়নো মই এই সকলো বাক্য অনুসাৰে তোমাৰ আৰু ইস্ৰায়েলৰ লগত এটা নিয়ম স্থিৰ কৰিলোঁ। ২৮ সেই সময়ত মোচিয়ে যিহোৱাৰ লগত চল্লিশ দিন চল্লিশ ৰাতি ভোজন-পান নকৰাকৈ সেই ঠাইত থাকিল; আৰু তেওঁ সেই দুখন ফলিত নিয়মটীৰ বাক্য, অৰ্থাৎ দহ আজ্ঞা লিখিলে।

২৯ পাছে যেতিয়া মোচিয়ে সেই দুখন ফলি হাতত লৈ চীনয় পৰ্ব্বতৰ পৰা নামিল, তেতিয়া নামিবৰ সময়ত, যিহোৱাৰ লগত কথাবাৰ্ত্তা হোৱাত আপোন মুখ যে উজ্জ্বল হৈছিল, তাক মোচিয়ে নেজানিলে। ৩০ পাছে যেতিয়া হাৰোণ আৰু ইস্ৰায়েলৰ সকলো সন্তানবিলাকে মোচিক দেখিবলৈ পালে, তেতিয়া তেওঁৰ মুখ উজ্জ্বল দেখি, সিবিলাকে তেওঁৰ ওচৰলৈ যাবলৈ ভয় কৰিলে; ৩১ কিন্তু মোচিয়ে সিবিলাকক মাতিলত, হাৰোণ আৰু মণ্ডলীৰ সকলো অধ্যক্ষবিলাক তেওঁৰ ওচৰলৈ উলটি গল; তাতে মোচিয়ে সিবিলাকক কথা কলে। ৩২ তাৰ পাছে, ইস্ৰায়েলৰ আটাই সন্তানবিলাক ওচৰ চাপিলত, চীনয় পৰ্ব্বতত যিহোৱাই কোৱা সকলো আজ্ঞা তেওঁ সিবিলাকক জনালে। ৩৩ পাছে সিবিলাকে সৈতে কথাবাৰ্ত্তা হৈ এটাই, মোচিয়ে আপোনাৰ মুখত ওৰণি ললে। ৩৪ কিন্তু মোচিয়ে যেতিয়া যিহোৱাৰ লগত কথা হবলৈ ভিতৰলৈ তেওঁৰ সন্মুখলৈ যায়, তেতিয়া বাহিৰ ওলাই নাহেমানে, সেই ওৰণি গুচাই থয়; পাছে, যি সকলো আজ্ঞা পায়, বাহিৰ ওলাই ইস্ৰায়েলৰ সন্তানবিলাকক সেই সকলো কয়; ৩৫ তেতিয়া ইস্ৰায়েলৰ সন্তানবিলাকে তেওঁৰ মুখলৈ চাই, তেওঁৰ মুখ উজ্জ্বল দেখে; পাছে মোচিয়ে যিহোৱাৰ লগত কথা হবলৈ ভিতৰলৈ নেযায়মানে, আপোনাৰ মুখত পুনৰায় ওৰণি লয়।

লোকবিলাকে উপহাৰ আনি দিয়া। ধৰ্ম্মধাম নিৰ্ম্মাণ কৰাওঁতাবিলাকৰ বিষয়।

৩৫ পাছে মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীক গোট খুৱাই সিবিলাকক কলে, তোমালোকে পালন কৰিবৰ অৰ্থে যিহোৱাই দিয়া আজ্ঞা এই। ২ ছদিন কাম কৰা যাব, কিন্তু সপ্তম দিন তোমালোকলৈ পবিত্ৰ দিন হব; সেয়ে যিহোৱাৰ উদ্দেশে সম্পূৰ্ণ বিশ্ৰামৰ বিশ্ৰাম-দিন হব; যি কোনোৱে সেই দিনা কাম কৰিব, তাৰ প্ৰাণদণ্ড হব। ৩ তোমালোকে বিশ্ৰাম-দিনত আপোনাবিলাকৰ বসতিৰ কোনো ঠাইত জুই নজ্বলাবা।

৪ পাছে মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীক কলে, যিহোৱাই এই আজ্ঞা দিছে; ৫ তোমালোকে যিহোৱাৰ নিমিত্তে আপোনাবিলাকৰ পৰা উপহাৰ আনা; মনত যাৰ যাৰ ইচ্ছা আছে, সি যিহোৱাৰ উপহাৰস্বৰূপে এই সকলো দ্ৰব্য আনোক; সোণ, ৰূপ, আৰু পিতল; ৬ নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা, মিহি শণ সূতা, আৰু ছাগৰ

নোম; [৭] বোলাই রঙা করা মেরর ছাল, তহচ জন্তুর ছাল, আরু চিটীম কাঠ; [৮] প্রদীপর নিমিত্তে তেল, আরু অভিষেকার্থক তেলর ও সুগন্ধি ধূপর নিমিত্তে গন্ধদ্রব্য; [৯] আরু এফোদর ও বুকুপটার নিমিত্তে গোমেদক আদি খটাব লগীয়া মণি। [১০] তোমালোকর মাজর প্রত্যেক জ্ঞানী মনর লোকে আহি যিহোবাই আজ্ঞা করা সকলোকে নির্ম্মাণ করোক, [১১] অর্থাৎ আবাস, তার তাম্বু, আবরণ, হাঁকোটা, তক্তা, ডাং, খুঁটা, আরু চুঙী; [১২] চন্দুক আরু তার কাণমারি, পাপাবরণ আরু আঁর করি রখা প্রভেদক বস্ত্র; [১৩] মেজ, তার কাণমারি, আরু তার সকলো সঁজুলি, ও দর্শন-পিঠা; [১৪] দীপ্তির নিমিত্তে দীপাধার আরু তার সঁজুলি, প্রদীপবোর, আরু প্রদীপর নিমিত্তে তেল; [১৫] ধূপ-বেদি আরু তার কাণমারি, অভিষেকার্থক তেল, সুগন্ধি ধূপ, আরু আবাসলৈ সোমোবা দুবারর নিমিত্তে পর্দ্দা; [১৬] হোম-বেদি আরু তার পিত্তলর জালি-কটা, তার কাণমারি, আরু তার সকলো সঁজুলি; প্রক্ষালন-পাত্র আরু তার খুরা; [১৭] চোঁতালর আঁর-কাপরবোর, তার খুঁটা, চুঙী, আরু চোঁতালর দুবারর পর্দ্দা; [১৮] আবাসর খুঁটি, চোঁতালর খুঁটি, আরু সেইবোরর রচি; [১৯] আরু পবিত্র-স্থানত পরিচর্য্যা করিবর নিমিত্তে নিপুণরূপে করা মিহি বস্ত্র, পুরোহিত-কর্ম্ম করিবর নিমিত্তে, হারোণ পুরোহিতর পবিত্র বস্ত্র, আরু তেওঁর পুত্রবিলাকর বস্ত্র, এই সকলো করোক।

[২০] পাছে ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলী মোচির আগর পরা গৈ, [২১] যার যার হৃদয়ত উৎসাহ জন্মিল, আরু যার যার মনত ইচ্ছা হল, সিবিলাকে সাক্ষাৎ করা তাম্বু নির্ম্মাণ করিবর নিমিত্তে, আরু তার সম্বন্ধীয় সকলো কার্য্য আরু পবিত্র বস্ত্রর নিমিত্তে যিহোবার উদ্দেশে উপহার আনিলে। [২২] আরু স্ত্রী ও পুরুষ যিমান লোকর ইচ্ছা জন্মিল, সিবিলাক সকলোৱে নথ, কুণ্ডল, আঙঠি, আরু হার আদি করি সোণর সকলো প্রকার অলঙ্কার আনি দিলেহি; যেয়ে সোণর উপহার যিহোবার উদ্দেশে আগ করি থৈছিল, সিয়ে আহি দিলেহি। [২৩] আরু যিবিলাকর তাত নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙা বরণীয়া সূতা ও মিহি শণ সূতা, ছাগর নোম, বোলাই রঙা করা মেরর ছাল, আরু তহচ জন্তুর ছাল আছিল, সিবিলাক প্রতিজনে তাক আনিলে। [২৪] আরু যিবিলাকে রূপ আরু পিত্তল উপহারস্বরূপে আগ করি থৈছিল, সিবিলাক সকলোৱে যিহোবার উদ্দেশে উপহার আনিলে। আরু যার তাত, কোনো কার্য্যত লগাব পরা চিটীম কাঠ আছিল, সি তাক আনিলে। [২৫] আরু সকলো জ্ঞানী মনর তিরুতাবিলাকে আপোন আপোন হাতে কাটি, নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙা বরণীয়া সূতা ও মিহি শণ সূতা আনিলে। [২৬] আরু জ্ঞানর দ্বারায় উৎসাহ জন্মা সকলো তিরুতাবিলাকে ছাগর নোমর সূতা কাটিলে। [২৭] আরু অধ্যক্ষবিলাকে এফোদর আরু বুকুপটার নিমিত্তে, গোমেদক আদি খটাব লগীয়া মণি, [২৮] আরু প্রদীপর, অভিষেকার্থক তেলর, আরু সুগন্ধি ধূপর নিমিত্তে সুগন্ধি দ্রব্য আরু তেল আনিলে। [২৯] এই রূপে ইস্রায়েলর সন্তানবিলাকে আপোন ইচ্ছারে যিহোবার উদ্দেশে নৈবেদ্য আনিলে; যিহোবাই মোচির দ্বারায় যি যি করিবলৈ আজ্ঞা করিছিল, তার সকলো কার্য্যর অর্থে যিবিলাক স্ত্রী আরু পুরুষর মনত ইচ্ছা জন্মিল, সিবিলাক সকলোৱে নৈবেদ্য আনিলে।

[৩০] পাছে মোচিয়ে ইস্রায়েলর সন্তানবিলাকক কলে, দেখা, যিহোবাই যিহুদা ফৈদর হূরর নাতিয়েক উরীর পুত্র বচলেলর নাম কাঢ়িলে। [৩১] আরু কৌশলর কার্য্য কল্পনা করিবলৈ, সোণ, রূপ, [৩২] আরু পিত্তলর কাম করিবলৈ, খটাব লগীয়া মণি, আরু কাঠর কাম আদি সকলো প্রকার শিল্পকর্ম্ম করিবলৈ, [৩৩] তেওঁক জ্ঞান, বুদ্ধি, বিদ্যা, আরু সকলো প্রকার শিল্প-কৌশল-দায়ক ঈশ্বরীয় আত্মারে পরিপূর্ণ করিলে। [৩৪] এই সকলোর শিক্ষা দিবলৈ, তেওঁর আরু দান ফৈদর অহীচামকর পুত্র অহলীয়াবর মনত জ্ঞান দিলে। [৩৫] আরু মণি আদি কটা কর্ম্ম, শিল্পকর্ম্ম, আরু নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙা বরণীয়া সূতা ও মিহি শণ সূতারে বুটা দিয়া কর্ম্ম, আরু তাঁতীর কর্ম্ম আদি সকলো বিধর কাম, অর্থাৎ সকলো প্রকার শিল্প কর্ম্ম, আরু কৌশলর কার্য্য কল্পনা করিবলৈ, সিবিলাকর হৃদয় জ্ঞানেরে পরিপূর্ণ করিলে।

৩৬ এই হেতুকে, পবিত্র স্থানর সকলো কার্য্য করিবলৈ জানিবর অর্থে যিহোৱাই বচলেল আরু অহলীয়াব আদি করি যিবিলাকক জ্ঞান আরু বুদ্ধি দিলে, সেই সকলো জ্ঞানী মনর লোকে যিহোৱার সকলো আজ্ঞা অনুসারে কার্য্য করিব।

### ঈশ্বরর আবাস নির্ম্মাণ করা।

[২] পাছে, বচলেল আরু অহলীয়াব আদি করি যিবিলাকর হৃদয়ত যিহোৱাই জ্ঞান দিছিল, সেই সকলো জ্ঞানী মনর লোকক, অর্থাৎ সেই কাম করিবর নিমিত্তে ওচর চাপিবলৈ যিবিলাকর মনত উৎসাহ জন্মিল, সিবিলাকক মোচিয়ে মাতিলে। [৩] তাতে সিবিলাকে, পবিত্রস্থানর নির্ম্মাণ-কার্য্যর নিমিত্তে ইস্রায়েলর সন্তানবিলাকে আনি দিয়া সেই সকলো উপহার মোচির পরা ললে; আরু লোকবিলাকে তেতিয়াও প্রতি-রাতিপুৱাই আপোন ইচ্ছারে আরু বস্তু আনি দি আছিল। [৪] তেতিয়া পবিত্রস্থানর সকলো প্রকার কামত ব্যস্ত থকা সকলো জ্ঞানী লোক-বিলাকে আপোন আপোন কামর পরা আহি মোচিক কলে, [৫] যিহোৱাই যি যি কাম করিবলৈ আজ্ঞা করিছিল, লোকবিলাকে সেই সকলো কার্য্যর নিমিত্তে অতিরিক্ত বস্তু আনি আছে। [৬] তাতে মোচিয়ে আজ্ঞা দি ছাউনির সকলো ফালে এই জাননী দিয়ালে, যে, পুরুষ বা স্ত্রীয়ে পবিত্রস্থানর কার্য্যর নিমিত্তে আরু উপহার যুগুত নকরোক; এই রূপে আরু উপহার আনিবলৈ লোকবিলাকক নিবারণ করা হল; [৭] কিয়নো সিবিলাকে যি বস্তু পাইছিল, সকলো কর্ম্ম করিবলৈ সেয়ে যথেষ্ট হৈছিল, আরু অতিরিক্তও হৈছিল।

[৮] পাছে কার্য্য করোঁতা জ্ঞানী লোকবিলাকে দহখন কাপর লৈ আবাস যুগুত করিলে; সেই কাপর কেইখন পকোৱা মিহি শণ সূতা, আরু নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙা বরণীয়া সূতারে নিপুণ শিল্পকারর দ্বারায় করূববিলাকর আকৃতি তুলি বোৱা হল। [৯] সেই প্রত্যেক কাপর আঁঠাইশ হাত দীঘল, আরু চারি হাত বহল; আরু সকলোবিলাক কাপর একে জোখর। [১০] পাছে তেওঁ পাঁচখন কাপর ইখনে সিখনে একেলগে জোরা দিলে, আরু আন পাঁচখনো একেলগে জোরা দিলে। [১১] পাছে প্রথমে জোরা দিয়া পাঁচখন কাপরর শেষর খনর আউঠিত, আরু দ্বিতীয়তে জোরা দিয়া পাঁচখন কাপররো শেষর খনর আউঠিত নীল বরণীয়া সূতারে গুনঠি করি দিলে। [১২] সেই প্রথমখন কাপরর আউঠিত পঞ্চাশটা গুনঠি, আরু জোরা দিয়া দ্বিতীয় কাপরখনর আউঠিতো পঞ্চাশটা গুণঠি করি দিলে; সেই গুণঠি দুশারি ইয়ে সিয়ে মুখামুখি হল। [১৩] পাছে সোণর পঞ্চাশটা হাঁকোটা গঢ়াই, সেই হাঁকোটারে কাপর দুখন ইখনে সিখনে বন্ধ করিলে; তাতে সেই আবাস একেটা হল। [১৪] পাছে সেই আবাসর ওপরর তাম্বুর নিমিত্তে ছাগর নোমেরে কাপর যুগুত করিলে; তেওঁ এঘারখন কাপর যুগুত করিলে। [১৫] তার প্রতিখন কাপর দীঘে ত্রিশ হাত, আরু বহলে চারি হাত; আরু সেই এঘারখন কাপর একে জোখর। [১৬] পাছে তেওঁ পাঁচখন কাপর ইখনে সিখনে জোরা দি বেলেগে রাখিলে, আন ছখন কাপরো জোরা দি বেলেগে রাখিলে। [১৭] আরু প্রথমে জোরা দিয়া পাঁচখন কাপরর শেষর খনর আউঠিত পঞ্চাশটা গুণঠি, আরু সেই রূপেই জোরা দিয়া দ্বিতীয়খন কাপররো শেষর খনর আউঠিত পঞ্চাশটা গুণঠি করি দিলে। [১৮] আরু জোরা দি কেৱল একেটা তাম্বু করিবর অর্থে পিত্তলর পঞ্চাশটা হাঁকোটা গঢ়ালে। [১৯] পাছে বোলাই রঙা করা মেরর ছালেরে তাম্বুর নিমিত্তে এক আবরণ, আরু তার ওপরতো তহচ জন্তুর ছালেরে আরু এক আবরণ যুগুত করিলে।

[২০] পাছে তেওঁ আবাসর নিমিত্তে চিটীম কাঠর থিয়কৈ দিয়া তক্তা যুগুত করিলে। [২১] তার এখন তক্তা দহ হাত দীঘল, আরু ডের হাত বহল। [২২] প্রতিখন তক্তাত তেওঁ একে রকমর দুটা দুটা আল করিলে; এই রূপে আবাসর সকলো তক্তাত করিলে। [২৩] আরু আবাসর নিমিত্তে যি তক্তা করিলে, তার মাজর বিশখন তক্তা দক্ষিণদিশে দক্ষিণ ফালর নিমিত্তে যুগুত করিলে। [২৪] আরু সেই বিশখন তক্তার তলত রূপর চল্লিশটা চুঙী গঢ়াই দিলে; এখন তক্তার তলত তার দুটা আলর নিমিত্তে দুটা চুঙী, আরু আন আন তক্তার তলতো সেইবোরর দুটা দুটা আলর নিমিত্তে দুটা দুটা চুঙী গঢ়াই

দিলে। ২৫ আৰু আবাসৰ দ্বিতীয় ফালৰ নিমিত্তে উত্তৰদিশে বিশখন তক্তা যুগুত কৰিলে, ২৬ আৰু সেইবোৰৰ নিমিত্তে ৰূপৰ চল্লিশটা চুঙী গঢ়াই দিলে; এখন তক্তাৰ তলত দুটা চুঙী, আৰু আন আন তক্তাৰ তলতো দুটা দুটা চুঙী দিলে। ২৭ আৰু আবাসৰ পশ্চিমদিশে পাছফালৰ নিমিত্তে ছখন তক্তা যুগুত কৰিলে। ২৮ আৰু আবাসৰ পাছফালৰ চুক দুটাৰ নিমিত্তে দুখন তক্তা যুগুত কৰিলে। ২৯ প্ৰত্যেক চুকৰ তক্তা তলৰ পৰা দোহোৰা, আৰু মূৰলৈকে মিল হৈ একেডাল খাৰুবাৰ কথাত এখন তক্তা হল; এই ৰূপে দুটা চুকৰ নিমিত্তে দুয়োখন কৰা হল। ৩০ তাতে তক্তা আঁঠখন, আৰু সেইবোৰৰ ৰূপৰ চুঙী ষোলটা হল; প্ৰত্যেক তক্তাৰ তলত দুটা দুটা চুঙী হল। ৩১ পাছে তেওঁ আবাসৰ এফালৰ তক্তাৰ নিমিত্তে পাঁচডাল, ৩২ আৰু আবাসৰ আন ফালৰ তক্তাৰ নিমিত্তে পাঁচডাল, আৰু আবাসৰ পশ্চিমদিশে থকা পাছফালৰ তক্তাৰ নিমিত্তেও পাঁচডাল চিটীম কাঠৰ ডাং যুগুত কৰিলে। ৩৩ কিন্তু মাজৰ ডাংডাল তক্তাবোৰৰ মাজেদি এমূৰৰ পৰা আন মূৰলৈকে যোৱাকৈ কৰিলে। ৩৪ পাছে, সেই তক্তাবোৰত সোণৰ পতা মাৰিলে, আৰু ডাংবোৰৰ সুমুউৱা ঠাই হবৰ নিমিত্তে, সেইবোৰলৈ সোণৰ খাৰুবা গঢ়ালে; আৰু ডাংবোৰতো সোণৰ পতা মাৰিলে।

৩৫ পাছে তেওঁ নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে এখন প্ৰভেদক বস্ত্ৰ যুগুত কৰিলে; তাক নিপুণ শিল্পকাৰৰ দ্বাৰায় কৰূবৰ আকৃতি তুলি বোৱা হল। ৩৬ আৰু তাৰ নিমিত্তে চিটীম কাঠৰ চাইটা খুঁটা কৰি, সেই-বোৰত সোণৰ পতা মাৰিলে; সেইবোৰৰ হাঁকোটা সোণৰ কৰিলে, আৰু সেইবোৰৰ নিমিত্তে ৰূপৰ চাইটা চুঙী সাঁচত ঢালিলে। ৩৭ পাছে তেওঁ তাম্বুৰ দুৱাৰৰ নিমিত্তে, নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে বোৱা, শিল্পকাৰে বুটা দিয়া এখন পৰ্দ্দা যুগুত কৰিলে। ৩৮ আৰু তাৰ পাঁচোটা খুঁটা আৰু সেইবোৰৰ হাঁকোটা কৰিলে, আৰু খুঁটাবোৰৰ মাথলাত আৰু শলিবোৰত সোণৰ পতা মাৰিলে; আৰু সেইবোৰৰ নিমিত্তে পাঁচোটা পিত্তলৰ চুঙী কৰিলে।

নিয়ম-চন্দুক, মেজ, দীপাধাৰ, আৰু ধূপ-বেদি নিৰ্ম্মাণ কৰা।

৩৭ পাছে বচলেলে চিটীম কাঠৰ আঢ়ৈ হাত দীঘল, ডেৰ হাত বহল, আৰু ডেৰ হাত ওখকৈ চন্দুক সাজিলে; ২ আৰু বাহিৰে ভিতৰে শুদ্ধ সোণৰ পতা মাৰিলে, আৰু চাৰিওফালে সোণৰ ছিৰী মাৰিলে। ৩ আৰু তাৰ নিমিত্তে সোণৰ চাইডাল খাৰুবা সাঁচত ঢালি, তাৰ একোষে দুডাল আন কোষে দুডাল, এই ৰূপে তাৰ চাইটা খুৰাত লগালে। ৪ আৰু তেওঁ চিটীম কাঠৰ দুডাল কাণমাৰি সাজি, তাতো সোণৰ পতা মাৰিলে। ৫ আৰু চন্দুক বৈ নিবৰ নিমিত্তে, সেই কাণমাৰি চন্দুকৰ দুই কোষে থকা খাৰুবাত সুমুৱালে। ৬ পাছে তেওঁ শুদ্ধ সোণৰ আঢ়ৈ হাত দীঘল আৰু ডেৰ হাত বহলকৈ এখন পাপাবৰণ সাজিলে। ৭ আৰু তেওঁ সোণৰ দুটা কৰূব সাজিলে, সোণ পিটাই সেই পাপাবৰণৰ দুই মূৰত সাজিলে; ৮ এক মূৰত এটা কৰূব আৰু আন মূৰত আন কৰূব সাজিলে; পাপাবৰণৰ দুই মূৰত তাৰে সৈতে একে ডোখৰ সোণতে সেই দুটা কৰূব সাজিলে। ৯ তাতে কৰূবে ওপৰলৈ ডেউকা মেলি আপোন ডেউকাৰে পাপাবৰণক ঢাকিলে; আৰু সেইবোৰ মুখামুখিকৈ থাকিল; আৰু কৰূবৰ দৃষ্টি পাপাবৰণলৈ হল।

১০ পাছে তেওঁ দুহাত দীঘল, এহাত বহল, আৰু ডেৰ হাত ওখকৈ চিটীম কাঠৰ মেজ সাজি, তাত শুদ্ধ সোণৰ পতা মাৰিলে, ১১ আৰু তাৰ চাৰিওফালে সোণৰ ছিৰী মাৰিলে। ১২ আৰু তাৰ চাৰিওফালে চাৰি আঙ্গুলীয়া জোখৰ এচটা কোষৰ কাঠ যুগুত কৰি, সেই কাঠৰ চাৰিও-দাঁতিয়ে সোণৰ ছিৰী মাৰিলে। ১৩ আৰু তাৰ নিমিত্তে সোণৰ চাইডাল খাৰুবা সাঁচত ঢালি, সেই খাৰুবা তাৰ চাইটা পায়াৰ চাইটা চুকত লগাই দিলে। ১৪ মেজ বৈ নিবলৈ কাণমাৰি সুমুউৱা ঠাই হবৰ নিমিত্তে, সেই খাৰুবা কোষৰ কাঠৰ ওচৰত থাকিল। ১৫ পাছে তেওঁ মেজ

বৈ নিবর কারণে চিটীম কাঠর ছুডাল কাণমারি সাজি, তাতো সোণর পতা মারিলে। [16] আৰু মেজর ওপরত থকা পাত্রবোর অর্থাৎ তার থাল, পিয়লা, আৰু দ্রাক্ষারস ঢালিবর নিমিত্তে তার বাটি আৰু চামুচ শুদ্ধ সোণেরে গঢ়ালে।

[17] পাছে তেওঁ শুদ্ধ সোণর এটা দীপাধার সাজিলে ; সেই দীপাধার সোণ পিটাই গঢ়ালে ; তার খুরা, গা ভাগ, তাত কটা বাটি, কলি, আৰু ফুল একে ডোখর সোণতেই হল। [18] তার একালর পরা তিনটা ডাল, আৰু আন কালর পরা তিনটা ডাল, এই রূপে সেই দীপাধারর ছুই কালর পরা ছ-টা ডাল ওলাল। [19] তার এটা ডালত বাদাম ফুলর আকৃতিরে তিনটা বাটি, এটা কলি, আৰু এটা ফুল, আৰু আন ডালতো বাদাম ফুলর আকৃতিরে তিনটা বাটি, এটা কলি, আৰু এটা ফুল করিলে ; গা ভাগর পরা ওলোৱা ছওটা ডালত এই একে রূপেই করিলে। [20] সেই দীপাধারর গা ভাগতো বাদাম ফুলর আকৃতিরে চাইটা বাটি, তার কলি আৰু ফুল করিলে। [21] আৰু সেই দীপাধারর গা ভাগর পরা ওলোৱা ছ-টা ডালর ছুডালর তলত একে ডোখর সোণতে এটা কলি, আন ছুডালর তলত একে ডোখর সোণতে এটা কলি, আৰু আন ছুডালর তলতো একে ডোখর সোণতে এটা কলি করিলে। [22] সেইবোরর কলি আৰু সেইবোরর ডাল একে ডোখর সোণতেই হল ; সেই সকলোৱেই শুদ্ধ সোণর পিটি করোৱা একেটা বস্তু হল। [23] আৰু তেওঁ তার সাতোটা প্রদীপ, আৰু তার শলাকানি-কটা আৰু এঙ্কেৰুৱা-ধরা শুদ্ধ সোণেরে গঢ়ালে। [24] সেই দীপাধার আৰু তার লগর এই সকলো বস্তু এক কিক্কর শুদ্ধ সোণেরে নির্ম্মাণ করিলে।

[25] পাছে তেওঁ চিটীম কাঠেরে ধূপ-বেদি নির্ম্মাণ করিলে ; সেই বেদি এহাত দীঘল, আৰু এহাত বহল ; তার চারিও কোষ আৰু চারিওটা চুক সমান ; তার ওখই ছুহাত ; আৰু তার শিঙবোর একে ডোখর কাঠতেই হল। তেওঁ তাত, অর্থাৎ তার ওপর ভাগত; চারিও কোষত, [26] আৰু তার শিঙত শুদ্ধ সোণর পতা মারিলে ; আৰু তার চারিওফালে সোণর চিরী মারিলে ; [27] আৰু তাক বৈ নিবর নিমিত্তে কাণমারি স্মমুউৱা ঠাই হবলৈ, তার নিমিত্তে তেওঁ সোণর ছুডাল খাৰুৱা গঢ়াই, তার চিরীর তলত ছুই কোষর আৰু ছুই চুকর ওচরত লগাই দিলে। [28] আৰু চিটীম কাঠেরে তার কাণমারি সাজি, তাত সোণর পতা মারিলে। [29] আৰু তেওঁ সুগন্ধিদ্রব্য-ব্যবসায়ীবিলাকর নিয়ম অনুসারে, অভিষেকার্থক পবিত্র তেল, আৰু নিৰ্ম্মল সুগন্ধি ধূপ যুগুত করিলে।

যজ্ঞবেদি আৰু প্রক্ষালন-পাত্র নির্ম্মাণ ও চোঁতাল যুগুত করা। ধৰ্ম্মধামত খরছ করা ধাতুর জোখ।

৩৮ পাছে তেওঁ চিটীম কাঠেরে পাঁচ হাত দীঘল, পাঁচ হাত বহল, আৰু তিনি হাত ওখকৈ চারিও কোষ আৰু চারিওটা চুক সমানকৈ হোম-বেদি সাজিলে। [2] আৰু তার চারিওটা চুকত তার চাইটা শিঙ সাজি দিলে ; সেই শিঙ-বোর একে ডোখর কাঠতেই হল ; আৰু তাত পিত্তলর পতা মারিলে। [3] আৰু তেওঁ বেদির সকলো সঁজুলি, অর্থাৎ ছাই পেলোৱা পাত্র, ছাই উলিওৱা হেঁতা, তেজ ছটিওৱা পাত্র, ত্রিশূল, আৰু আঙঠা-ধরা পাত্র করিলে ; তার সকলো সঁজুলি পিত্তলেরে গঢ়ালে। [4] আৰু তেওঁ বেদির নিমিত্তে জালর নিচিনা পিত্তলর জালি-কটা করি, বেদির আদখিনিলৈকে পোৱাকৈ তার থাকর তলত লগালে। [5] আৰু কাণমারি স্মমুউৱা ঠাই হবর নিমিত্তে, চাইডাল খাৰুৱা সাঁচত ঢালি, সেই পিত্তলর জালি-কটার চারি চুকত লগালে। [6] পাছে তেওঁ চিটীম কাঠেরে কাণমারি সাজি, তাত পিত্তলর পতা মারিলে। [7] আৰু বেদি বৈ নিবর নিমিত্তে, তেওঁ তার কোষত থকা সেই খাৰুৱাত সেই কাণমারি স্মমু-ৱালে ; তেওঁ সেই বেদি তক্তারে ফোঁপোলাকৈ নির্ম্মাণ করিলে।

[8] পাছে, যি তিৰুতাবিলাকে সাক্ষাৎ করা তাম্বুর দুবার-মুখত সেবার অর্থে শারি পাতে, সেই শারী পতা তিৰুতাবিলাকর পিত্তলর দর্পণেরে তেওঁ প্রক্ষালন-পাত্র আৰু তার খুরা গঢ়ালে।

[9] পাছে তেওঁ চোঁতাল যুগুত করিলে, অর্থাৎ দক্ষিণদিশে চোঁতালর দক্ষিণ কালর নিমিত্তে, পকোৱা মিহি শণ সূতারে চোঁতালর আঁর-কাপর-বোর যুগুত করিলে ; সেইবোর লগালত, এশ হাত

দীঘল হল। [১০] সেইবোৰৰ খুঁটা বিশ্‌টা; আৰু খুঁটাবোৰৰ বিশ্‌টা চুঙী পিত্তলৰ হল, আৰু খুঁটাবোৰৰ হাঁকোটা আৰু শলি ৰূপৰ হল। [১১] আৰু উত্তৰ ফালৰ নিমিত্তেও আঁৰ-কাপৰবোৰ যুগুত কৰিলে; সেইবোৰ লগালত, এশ হাত দীঘল হল; সেইবোৰৰ খুঁটা বিশ্‌টা; আৰু খুঁটাবোৰৰ বিশ্‌টা চুঙী পিত্তলৰ হল, আৰু সেই খুঁটাবোৰৰ হাঁকোটা আৰু শলি ৰূপৰ হল। [১২] আৰু পশ্চিম ফালৰ নিমিত্তেও আঁৰ-কাপৰবোৰ যুগুত কৰিলে; সেইবোৰ লগালত, পঞ্চাশ হাত দীঘল হল; সেইবোৰৰ খুঁটা দহোটা, আৰু খুঁটাবোৰৰ চুঙী দহোটা; আৰু খুঁটাবোৰৰ হাঁকোটা আৰু শলি ৰূপৰ হল। [১৩] আৰু পূবদিশে পূব ফালৰ নিমিত্তেও আঁৰ-কাপৰবোৰ যুগুত কৰিলে; সেইবোৰ লগালত, পঞ্চাশ হাত দীঘল হল। [১৪] আৰু দুৱাৰৰ একোষৰ নিমিত্তে আঁৰ-কাপৰবোৰ যুগুত কৰিলে; সেইবোৰ লগালত, পোন্ধৰ হাত দীঘল হল; সেইবোৰৰ খুঁটা তিন্‌টা, আৰু খুঁটাবোৰৰ চুঙী তিন্‌টা; [১৫] আন ফালেও সেই একে ৰূপে কৰিলে। চোঁতালৰ দুৱাৰৰ ইকোষে সিকোষে আঁৰ-কাপৰবোৰ লগালে; সেইবোৰ লগালত, পোন্ধৰ হাত পোন্ধৰ হাত দীঘল হল; সেইবোৰৰ খুঁটা তিন্‌টা তিন্‌টা, আৰু খুঁটাবোৰৰ চুঙীও তিন্‌টা তিন্‌টা হল। [১৬] চোঁতালৰ চাৰিওফালৰ আটাইবোৰ আঁৰ-কাপৰ পকোৱা মিহি শণ সূতাৰে বোৱা হল। [১৭] আৰু খুঁটাবোৰৰ চুঙী পিত্তলৰ হল; সেইবোৰৰ হাঁকোটা আৰু শলিবোৰ ৰূপৰ হল; সেইবোৰৰ মথলাত ৰূপৰ পতা মৰা হল; আৰু চোঁতালৰ আটাইবোৰ খুঁটাত ৰূপৰ শলি লগোৱা হল। [১৮] আৰু চোঁতালৰ দুৱাৰৰ পৰ্দ্দা, নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও মিহি শণ সূতাৰে বোৱা, আৰু শিল্পকাৰে বুটা দি কৰা; তাৰ দীঘ বিশ হাত, আৰু চোঁতালৰ আঁৰ-কাপৰৰ দৰে ওখই অৰ্থাৎ বহলে পাঁচ হাত। [১৯] তাৰ খুঁটা চাইটা, আৰু পিত্তলৰ চুঙী চাইটা; আৰু সেইবোৰৰ হাঁকোটা ৰূপৰ হল, আৰু সেইবোৰৰ মথলাত ৰূপৰ পতা মৰা হল; তাৰ শলিবোৰ ৰূপৰ হল। [২০] আৰু আবাসৰ ও চোঁতালৰ চাৰিওফালৰ খুঁটিবোৰ পিত্তলৰ হল।

[২১] মোচিৰ আজ্ঞা অনুসাৰে, হাৰোণ পুৰোহিতৰ পুত্ৰ ঈথামৰৰ দ্বাৰায় লেবীয়াবিলাকক লগাই গণনা কৰোৱা, আবাসৰ অৰ্থাৎ সাক্ষ্য-ফলি থকা আবাসৰ সকলো বস্তুৰ সংখ্যাৰ বৃত্তান্ত এই। [২২] যিহুদা ফৈদৰ হূৰৰ নাতিয়েক, উৰীৰ পুত্ৰ বচলেলে, যিহোৱাই মোচিক আজ্ঞা দিয়া সকলোকে কৰিলে। [২৩] আৰু দান ফৈদৰ অহীচামকৰ পুত্ৰ অহলীয়াব তেওঁৰ সহকাৰী আছিল, তেওঁ বহুমূল্য পাথৰৰ খনিকৰ, নিপুণ শিল্পকাৰ, আৰু নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও মিহি শণ সূতাৰে বুটা দিওঁতা আছিল। [২৪] পবিত্ৰস্থানৰ আটাই কামত খৰছ কৰা সকলো সোণ, অৰ্থাৎ উপহাৰৰ সোণ, পবিত্ৰস্থানৰ চেকল অনুসাৰে উনত্ৰিশ কিক্কৰ সাত শ ত্ৰিশ চেকল আছিল। [২৫] আৰু মণ্ডলীৰ মাজত যিমান লোকক গণনা কৰা হল, সিবিলাকৰ ৰূপ পবিত্ৰস্থানৰ চেকল অনুসাৰে এশ কিক্কৰ এক হাজাৰ সাত শ পঁয়সত্তৰ চেকল আছিল। [২৬] বিশ বছৰ বা তাত্‌কৈ অধিক বয়সীয়া হৈ লেখত পৰা ছয় লাখ তিনি হাজাৰ পাঁচ শ পঞ্চাশ জন লোকৰ প্ৰতিজনে এক এক বেকা, অৰ্থাৎ পবিত্ৰস্থানৰ চেকল অনুসাৰে আধা চেকল আধা চেকলকৈ ৰূপ দিছিল। [২৭] তাৰ এশ কিক্কৰ ৰূপ পবিত্ৰস্থানৰ আৰু প্ৰভেদক বস্ত্ৰৰ চুঙী ঢালিবলৈ খৰছ কৰা হল, অৰ্থাৎ প্ৰত্যেক চুঙীত এক এক কিক্কৰকৈ এশ চুঙীৰ নিমিত্তে এশ কিক্কৰ ৰূপ খৰছ কৰা হল। [২৮] তাৰ এক হাজাৰ সাত শ পঁয়সত্তৰ চেকল ৰূপেৰে তেওঁ খুঁটাবোৰৰ হাঁকোটা কৰিলে, সেইবোৰৰ মূৰত ৰূপৰ পতা মাৰিলে, আৰু সেইবোৰত শলি লগালে। [২৯] আৰু উপহাৰৰ পিত্তল সত্তৰ কিক্কৰ দুই হাজাৰ চাৰি শ চেকল আছিল। [৩০] তাৰে তেওঁ সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰৰ চুঙী, পিত্তলৰ বেদি, তাৰ লগৰ পিত্তলৰ জালি-কটা, আৰু বেদিৰ সকলো সঁজুলি, [৩১] চোঁতালৰ চাৰিওফালৰ চুঙী, আৰু চোঁতালৰ দুৱাৰৰ চুঙী, আবাসৰ সকলো খুঁটি, আৰু চোঁতালৰ চাৰিওফালৰ আটাইবোৰ খুঁটি গঢ়ালে।

পুৰোহিতবিলাকে পিন্ধিব লগা বস্ত্ৰ যুগুত কৰা।

৩৯ পাছে সিবিলাকে, যিহোৱাই মোচিক আজ্ঞা দিয়াৰ দৰে, নীল বৰণীয়া, বেঙেনা বৰণীয়া; আৰু ৰঙা বৰণীয়া সূতাৰে, পবিত্ৰস্থানত

পৰিচৰ্য্যা কৰিবৰ নিমিত্তে নিপুণৰূপে কৰা মিহি বস্ত্ৰ, আৰু হাৰোণৰ নিমিত্তে পবিত্ৰ বস্ত্ৰ যুগুত কৰিলে।

২ আৰু তেওঁ সোণ, আৰু নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে এফোদ বস্ত্ৰখন যুগুত কৰিলে। ৩ সিবিলাকে সোণ পিটাই পিটাই পত্তা কৰি, নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও মিহি শণ সূতাৰ মাজত নিপুণ শিল্পকাৰ্য্যৰ দ্বাৰায় ববৰ নিমিত্তে, তাক কাটি গুণা কৰিলে। ৪ তাক লগ লগাবৰ নিমিত্তে, সিবিলাকে তালৈ দুগছ স্কন্ধপটি যুগুত কৰিলে; আৰু এফোদৰ দুই মূৰ লগ লগোৱা হল। ৫ এফোদ কঁকালত বান্ধিবৰ নিমিত্তে, তাৰ লগত নিপুণৰূপে বোৱা যি কঁকালি কাপৰ আছিল, তাক এফোদৰ নিচিনাকৈ বন কৰা হল; সেয়ে তাৰ একে ডোখৰ কাপৰ; তাক সোণ, আৰু নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে কৰা হল। যিহোৱাই মোচিক আজ্ঞা দিয়াৰ দৰে সিবিলাকে সকলোকে কৰিলে।

৬ আৰু সিবিলাকে, মোহৰ কটাৰ দৰে কটা, ইস্ৰায়েলৰ পুত্ৰবিলাকৰ নাম থকা, সোণৰ ঘৰত পতোৱা গোমেদক মণি দুটা যুগুত কৰিলে। ৭ আৰু সেয়ে ইস্ৰায়েলৰ পুত্ৰবিলাকৰ স্মৰণাৰ্থক মণি বুলি, তাক এফোদৰ স্কন্ধপটি দুগছৰ ওপৰত লগালে। যিহোৱাই মোচিক আজ্ঞা দিয়াৰ দৰেই সকলোকে কৰিলে।

৮ পাছে এফোদৰ কাৰ্য্যৰ দৰে, তেওঁ সোণ, আৰু নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে নিপুণ শিল্পকাৰ্য্যেৰে বুকুপটা যুগুত কৰিলে। ৯ তাক সিবিলাকে চাৰিও কোব আৰু চাৰিওটা চুক সমানকৈ দুভৰপ কৰি সাজিলে; সেয়ে দীঘে এবেগেত, বহলে এবেগেত দুভৰপীয়া আছিল। ১০ আৰু তাত চাৰি শাৰী মণি খুৱালে; তাৰ প্ৰথম শাৰীত চুণী, পীতমণি, আৰু মৰকত; ১১ দ্বিতীয় শাৰীত পদ্মৰাগ, নীলকান্ত, আৰু হীৰা; ১২ তৃতীয় শাৰীত পেৰোজ, বিম্ব, আৰু কটাহেলা; ১৩ আৰু চতুৰ্থ শাৰীত বৈদূৰ্য্য, গোমেদক, আৰু সূৰ্য্যকান্ত আছিল; এই সকলো মণি সোণৰ ঘৰত পতোৱা হল। ১৪ এই মণি ইস্ৰায়েলৰ সন্তানবিলাকৰ নাম অনুসাৰে, অৰ্থাৎ সিবিলাকৰ নামৰ দৰে বাৰটা হল; মোহৰ কটা নিচিনাকৈ প্ৰত্যেক মণিত বাৰ ফৈদৰ নিমিত্তে এক এক পুত্ৰৰ নাম কটা হল। ১৫ পাছে সিবিলাকে ৰচিৰ দৰে পকোৱা মালাৰ নিচিনা দুডাল শুদ্ধ সোণৰ শিকলি কৰি, বুকুপটাত লগাই দিলে। ১৬ আৰু সোণৰ দুটা ঘৰ, আৰু সোণৰ দুটা আঙ্গঠি কৰি, বুকুপটাৰ দুই মূৰত সেই আঙ্গঠি দুটা বন্ধ কৰিলে। ১৭ আৰু মালাৰ দৰে গঁথা সোণৰ সেই শিকলি দুডাল বুকুপটাৰ দুই মূৰত থকা আঙ্গঠি দুটাত লগালে। ১৮ আৰু মালাৰ দৰে গঁথা শিকলি দুডালৰ দুই মূৰ ঘৰ দুটাত বন্ধ কৰি, এফোদৰ আগফালে স্কন্ধপটি দুগছৰ ওপৰত লগালে। ১৯ আৰু সোণৰ দুটা আঙ্গঠি গঢ়াই, বুকুপটাৰ দুই মূৰত এফোদৰ সম্মুখত থকা ভিতৰ-দাঁতিত লগালে। ২০ তাৰ পাছে আৰু দুটা আঙ্গঠি গঢ়াই, এফোদৰ স্কন্ধপটি দুগছৰ তল ভাগত তাৰ আগফালে, জোৰা দিয়া ঠাইৰ ওচৰত, এফোদৰ নিপুণৰূপে বোৱা কঁকালিৰ ওপৰত তাক লগালে। ২১ আৰু বুকুপটা যেন এফোদৰ নিপুণৰূপে বোৱা কঁকালিৰ ওপৰত থাকে, আৰু এফোদৰ পৰা এৰাই নেযায়, এই নিমিত্তে সিবিলাকে নীল বৰণীয়া ফিতাৰে বুকুপটাক তাৰ আঙ্গঠিৰে সৈতে এফোদৰ আঙ্গঠিত বান্ধিলে। যিহোৱাই মোচিক দিয়া আজ্ঞা অনুসাৰে সিবিলাকে সকলোকে কৰিলে।

২২ পাছে তেওঁ তাঁতীয়ে বোৱা এফোদৰ জামা বনালে, সেয়ে গোটেইটো নীল বৰণীয়া। ২৩ সেই জামাৰ ডিঙি কবচৰ ডিঙিৰ দৰে সোঁ মাজত আছিল; সেয়ে নেফাটিবৰ নিমিত্তে, ডিঙিৰ চাৰিওমেৰে ফিতা লগালে। ২৪ আৰু সিবিলাকে সেই জামাৰ তল-দাঁতিত, নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে ডালিম তুলিলে। ২৫ আৰু সিবিলাকে শুদ্ধ সোণৰ জুনুকা গঢ়াই, সেই জুনুকাবোৰ ডালিমৰ মাজে মাজে জামাৰ তল-দাঁতিৰ চাৰিওমেৰে লগাই দিলে। ২৬ পৰিচৰ্য্যা কৰোঁতে পিন্ধিবলৈ, জামাৰ তল-দাঁতিত এটা জুনুকা এটা ডালিম, এটা জুনুকা এটা ডালিম, এই দৰে জামাৰ চাৰিওমেৰে লগাই দিলে। যিহোৱাই মোচিক দিয়া আজ্ঞা অনুসাৰে সিবিলাকে সকলোকে কৰিলে।

আরু ছালত ব্যাপি নেযায়, কিন্তু গোমা হয়, তেন্তে সেয়ে পোরা ঠাইত উঠা দমলা মাথোন; পুরোহিতে তাক শুচি বুলি কব; কিয়নো সেয়ে জুয়ে পোরা ঘার দাগহে মাথোন।

২৯ পুরুষ কি স্ত্রীর মূরত, বা ডাড়ির মাজত ঘা হলে, পুরোহিতে সেই ঘা চাব; ৩০ সেয়ে যদি ছালতকৈ দ যেন বোধ হয়, আরু তাত হালধীয়া মিহি নোম থাকে, তেন্তে পুরোহিতে তাক অশুচি বুলি কব; সেয়ে চুলি কি ডাড়ি সরা রোগ; সেয়ে মূরর চুলির বা ডাড়ির কুষ্ঠ। ৩১ আরু পুরোহিতে চুলি কি ডাড়ি সরা রোগর ঘা চালে, যদি সেয়ে ছালতকৈ দ যেন বোধ নহয়, আরু তাত ক'লা নোম নেথাকে, তেন্তে পুরোহিতে সেই চুলি কি ডাড়ি সরা রোগ থকা মানুহটোক সাত দিন বন্ধ করি রাখিব। ৩২ পাছে পুরোহিতে সপ্তম দিনা সেই ঘা চাব; যদি সেই ঘা ব্যাপি যোবা নাই, আরু তাত হালধীয়া নোম নাই, আরু ছালতকৈ ঘার ছাল দ যেন বোধ নহয়, ৩৩ তেন্তে তার মূর ক্ষুরুবা হব, কিন্তু ঘা থকা ঠাইডোখর নুক্ষুরাব; পাছে পুরোহিতে সেই ঘা থকা মানুহটোক আরু সাত দিন বন্ধ করি রাখিব। ৩৪ পাছে সপ্তম দিনা পুরোহিতে সেই ঘা চাব; তাতে, যদি সেই ঘা ছালত ব্যাপি যোবা নাই, আরু ছালতকৈ দ যেন বোধ নহয়, তেন্তে পুরোহিতে তাক শুচি বুলি কব; পাছে সি আপোন বস্ত্র ধুই শুচি হব। ৩৫ সি শুচি হোবার পাছে, যদি ছালত সেই ঘা ব্যাপি যায়, ৩৬ তেন্তে পুরোহিতে তাক চাব; যদি তার ছালত সেই ঘা ব্যাপি যোবা দেখে, তেন্তে পুরোহিতে হালধীয়া নোম নিবিচারিব; সি অশুচি। ৩৭ কিন্তু তেওঁর দৃষ্টিত যদি সেই ঘা একে দরে থাকে, আরু তার মাজত ক'লা নোম গজে, তেন্তে সেই রোগ ভাল হল; সি শুচি; পুরোহিতে তাক শুচি বুলি কব।

৩৮ আরু যদি কোনো পুরুষ কি স্ত্রীর গার ছালত ঠায়ে ঠায়ে জিলিকা দাগ, অর্থাৎ জিলিকা বগা দাগ হয়, তেন্তে পুরোহিতে তাক চাব; ৩৯ যদি তার ছালত হোবা জিলিকা দাগবোর গোমা বরণীয়া বগা হয়, তেন্তে সেয়ে ছালত উৎপন্ন হোবা এবিধ ফোঁহা; সি শুচি।

৪০ আরু যদি কোনো মানুহর মূরর চুলি সরি যায়, তেন্তে সি টকলা-মূরা; সি শুচি। ৪১ আরু যদি তার মূরর আগফালর চুলি সরি যায়, তেন্তে সি তপা; সিও শুচি। ৪২ কিন্তু যদি টকলা বা তপা মূরত রঙচীয়া বগা ঘা হয়, তেন্তে সেয়ে তার টকলা মূরত বা তপা মূরত হোবা কুষ্ঠ। ৪৩ তেতিয়া পুরোহিতে তাক চাব; যদি গার ছালত হোবা কুষ্ঠরোগর দরে তার টকলা বা তপা মূরত সেই ঘার দমলা রঙচীয়া বগা হয়, ৪৪ তেন্তে সি কুষ্ঠরোগী; সি অশুচি; অরশ্যে পুরোহিতে তাক অশুচি বুলি কব; তার কুষ্ঠরোগর ঘা তার মূরতে আছে।

৪৫ যি কুষ্ঠরোগীর গাত কুষ্ঠরোগর ঘা থাকে, তার বস্ত্র ফলা যাব, আরু তার মূরর চুলি মুকলি করি রখা হব, আরু সি আপোনার ওপর-ওঁঠ ঢাকি অশুচি অশুচি বুলি চিঁয়রিব। ৪৬ যিমান দিন তার গাত সেই কুষ্ঠর ঘা থাকিব, সিমান দিন সি অশুচি হৈ থাকিব; অশুচি হোবাত সি অকলে থাকিব; তার থকা ঠাই ছাউনির বাহিরত হব।

৪৭ আরু নোমর কি শণ সূতার কোনো বস্ত্রত, ৪৮ বা শণর কি নোমর দীঘ সূতা কি বাণি সূতাত, বা কোনো ছালত, কি ছালেরে সজা কোনো বস্তুত কুষ্ঠরোগর দাগ থাকিলে, ৪৯ বস্ত্র বা ছালত, বা দীঘ সূতা কি বাণি সূতাত, বা ছালর কোনো বস্তুত থকা সেই দাগ যদি অলপ কেঁচা বরণীয়া বা রঙচীয়া হয়, তেন্তে সেয়ে কুষ্ঠ-রোগর দাগ; তাক পুরোহিতক দেখুউবা যাব। ৫০ পাছে পুরোহিতে সেই দাগ চাই, দাগ থকা বস্তুটো সাত দিন বন্ধ করি রাখিব। ৫১ পাছে সপ্তম দিনা পুরোহিতে সেই দাগ চাই যদি কাপরত, বা দীঘ সূতা কি বাণি সূতাত, বা কোনো কামর নিমিত্তে ব্যবহার করা ছালত সেই দাগ ব্যাপি যোবা দেখে, তেন্তে সেই দাগ সংহারক কুষ্ঠরোগর দাগ; সেয়ে অশুচি। ৫২ এই হেতুকে, যি বস্ত্রত, বা নোমর কি শণর যি দীঘ সূতা কি বাণি সূতাত, বা ছালেরে সজা যি বস্তুত সেই দাগ হয়, তেওঁ তাক পুড়ি ভস্ম করিব; কিয়নো সেয়ে সংহারক কুষ্ঠ; তাক জুইত পুরি ভস্ম করা হব। ৫৩ কিন্তু পুরোহিতে চাই যদি সেই দাগ কাপরত, বা দীঘ সূতা কি বাণি সূতাত, বা ছালর কোনো বস্তুত দাগ ব্যাপি

যোৱা নেদেখে, [৫৪] তেন্তে পুৰোহিতে সেই দাগ থকা বস্তুটো ধুবলৈ আজ্ঞা দিব ; পাছে আৰু সাত দিন সেই বস্তুটো বন্ধ কৰি ৰাখিব। [৫৫] সেই দাগ থকা বস্তু ধোৱাৰ পাছে পুৰোহিতে সেই দাগ চাব ; আৰু সেই দাগ ব্যাপি নগলেও যদি আন বৰণ ধৰা নাই, তেন্তে সেয়ে অশুচি ; তুমি তাক জুইত পুড়ি ভস্ম কৰিবা ; সেয়ে ইলুটিয়ে সিলুটিয়ে জিম সৰা টকলা ঠাই। [৫৬] কিন্তু ধোৱাৰ পাছে পুৰোহিতে চাই যদি সেই দাগ গোমা দেখে, তেন্তে তেওঁ সেই বস্ত্ৰৰ পৰা, বা ছালৰ পৰা, বা দীঘ সূতা কি বাণি সূতাৰ পৰা তাক ছিঙি পেলাব। [৫৭] তথাপি যদি সেই বস্ত্ৰত, বা দীঘ সূতা কি বাণি সূতাত, বা ছালেৰে সজা কোনো বস্তুত তাক পুনৰায় দেখা যায়, তেন্তে সেয়ে ব্যাপি যোৱা কুষ্ঠ ; সেই দাগ থকা বস্তুটো তুমি জুইত পুৰি ভস্ম কৰিবা। [৫৮] আৰু ধোৱাৰ পাছত যদি সেই দাগ বস্ত্ৰৰ পৰা, বা দীঘ সূতা কি বাণি সূতাৰ পৰা, বা ছালৰ কোনো বস্তুৰ পৰা এৰায়, তেন্তে দ্বিতীয়-বাৰ তাক ধোৱা হব ; তাতে সেয়ে শুচি হব। [৫৯] নোমৰ বা শণ সূতাৰ বস্ত্ৰত, বা দীঘ সূতা কি বাণি সূতাত, বা ছালৰ কোনো বস্তুত হোৱা কুষ্ঠৰোগৰ দাগৰ বিষয়ে শুচি অশুচি বুলি কোৱা নিয়ম এই।

**১৪** পাছে যিহোৱাই মোচিক কলে, [২] কুষ্ঠ-ৰোগী শুচি হোৱা দিনা তাৰ পক্ষে এই নিয়ম হব ; তাক পুৰোহিতৰ ওচৰলৈ অনা হব। [৩] পাছে পুৰোহিতে ছাউনিৰ বাহিৰলৈ ওলাই গৈ চাই যদি কুষ্ঠৰোগীৰ কুষ্ঠৰোগ ভাল হোৱা দেখে, [৪] তেন্তে পুৰোহিতে সেই শুচি কৰিব লগা মানুহটোৰ নিমিত্তে, দুটা জীয়া শুচি চৰাই, এডোখৰ এৰচ কাঠ, অলপ ৰঙা নোম, আৰু একোঁচা এচোব বন, এই সকলোকে লবলৈ আজ্ঞা দিব। [৫] আৰু মাটিৰ পাত্ৰত থোৱা বোৱতী পানীৰ ওপৰত তাৰ এটা চৰাই কাটি-বলৈ পুৰোহিতে আজ্ঞা কৰিব। [৬] পাছে তেওঁ জীয়া চৰাইটো, এৰচ কাঠডোখৰ, ৰঙা নোমখিনি, আৰু এচোব বনকোঁচা, এই সকলোকে লৈ, সেই বোৱতী পানীৰ ওপৰত কটা চৰাইটোৰ তেজত জীয়া চৰাইটোৱে সৈতে জুবুৰিয়াই, [৭] কুষ্ঠৰ পৰা শুচি হব লগীয়া মানুহটোৰ ওপৰত সাত্‌বাৰ ছটিয়াই তাক শুচি বুলি কব, আৰু জীয়া চৰাইটো পথাৰৰ ফাললৈ উড়ুৱাই দিব। [৮] আৰু সেই শুচি হব লগীয়া মানুহটোৱে আপোন বস্ত্ৰ ধুই, চুলি ডাড়ি আদি গাৰ আটাই নোম ক্ষুৰাই পানীত গা ধুব ; তাতে সি শুচি হব ; তাৰ পাছে সি ছাউনিত সোমাব পাৰিব, কিন্তু সাত দিন আপোন তাম্বুৰ বাহিৰত থাকিব লাগিব। [৯] পাছে সপ্তম দিনা সি আপোন মূৰৰ চুলি ডাড়ি চেলাউৰি আদি গোটেই গাৰ নোম ক্ষুৰাব, আৰু আপোন বস্ত্ৰ ধুই, আৰু নিজেও পানীত গা ধুই শুচি হব। [১০] পাছে অষ্টম দিনা সি দুটা নিৰ্ঘূণী মতা মেৰ পোৱালি, এজনী এবছ-ৰীয়া নিৰ্ঘূণী চেঁউৰী মেৰ পোৱালি, ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা আটাগুড়িৰ ঐফাৰ দহ ভাগৰ তিনি ভাগ, আৰু এক লোগ তেল লব। [১১] পাছে শুচি কৰোঁতা পুৰোহিতে, সেই শুচি হব লগীয়া মানুহটোক, আৰু সেই বস্তুবোৰ লৈ সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰৰ ওচৰত যিহোৱাৰ সম্মুখত থব। [১২] পাছে পুৰোহিতে মেৰ পোৱালি দুটাৰ এটা পোৱালি সেই এক লোগ তেলে সৈতে দোষাৰ্থক বলিস্বৰূপে উৎসৰ্গ কৰিব, আৰু দোলনীয় নৈবেদ্যৰ অৰ্থে সেই-বোৰ যিহোৱাৰ সম্মুখত দোলাব। [১৩] আৰু যি ঠাইত পাপাৰ্থক বলি আৰু হোম-বলি কটা যায়, পবিত্ৰস্থানৰ সেই ঠাইতে সেই মেৰ পোৱালিটো কাটিব লাগিব ; কিয়নো পাপাৰ্থক বলিৰ দৰে সেই দোষাৰ্থক বলি পুৰোহিতৰ ভাগ, আৰু সেয়ে অতি পবিত্ৰ। [১৪] পাছে পুৰোহিতে সেই দোষাৰ্থক বলিৰ কিছু তেজ লৈ, সেই শুচি হব লগীয়া মানুহটোৰ সোঁ কাণৰ মূৰত, সোঁ হাতৰ বুঢ়া আঙ্গুলিত, আৰু সোঁ ভৰিৰ বুঢ়া আঙ্গুলিত লগাই দিব। [১৫] আৰু পুৰোহিতে সেই লোগ তেলৰ কিছু লৈ আপোনাৰ বাঁও হাতৰ তলুৱাত বাকিব। [১৬] পাছে পুৰোহিতে সেই বাঁও হাতৰ তলুৱাত থকা তেলত আপোনাৰ সোঁ হাতৰ আঙ্গুলি জুবুৰিয়াই, আঙ্গুলিৰে সেই তেলৰ পৰা অলপ অলপকৈ যিহোৱাৰ সম্মুখত সাত্‌বাৰ ছটিয়াব। [১৭] আৰু পুৰোহিতে আপো-নাৰ হাতৰ তলুৱাত থকা অৱশিষ্ট তেলৰ কিছু লৈ, শুচি হব লগীয়া মানুহটোৰ সোঁ কাণৰ মূৰত, সোঁ হাতৰ বুঢ়া আঙ্গুলিত, আৰু সোঁ ভৰিৰ বুঢ়া আঙ্গুলিত পূৰ্ব্বে দিয়া দোষাৰ্থক বলিৰ

তেজর ওপরত লগাই দিব। ১৮ পাছে পুরোহিতে আপোনার হাতর তলুৱাত থকা অৱশিষ্ট তেলখিনি সেই শুচি হব লগীয়া মানুহটোর মূরত দিব, আৰু পুরোহিতে যিহোৱার সম্মুখত তাক প্রায়শ্চিত্ত করিব। ১৯ আৰু পুরোহিতে পাপার্থক বলিটো উৎসর্গ করিব, আৰু সেই শুচি হব লগীয়া মানুহটোর অশৌচর নিমিত্তে তাক প্রায়শ্চিত্ত করিব; তার পাছে হোম-বলি কাটিব। ২০ আৰু পুরোহিতে হোম-বলিটো আৰু ভক্ষ্য নৈবেদ্যখিনি বেদিত উৎসর্গ করিব, আৰু তাক প্রায়শ্চিত্ত করিব; তাতে সি শুচি হব।

২১ সেই মানুহটো যদি দরিদ্র হয়, ইমান আনিবলৈ তার সমর্থ নেথাকে, তেন্তে, সি আপোনার নিমিত্তে প্রায়শ্চিত্ত করাবলৈ দোলনীয় নৈবেদ্যর অর্থে দোষার্থক বলিস্বরূপে এটা মটা মের পোৱালি, ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা আটাগুড়ির ঐফার দহ ভাগর এভাগ, এক লোগ তেল, ২২ আৰু আপোন সমর্থ অনুসারে দুটা কপৌ বা দুটা পার পোৱালি আনিব; তার এটা পাপার্থক বলি, আনটো হোম-বলি হব। ২৩ পাছে অষ্টম দিনা, সি আপোনাকে শুচি করিবর অর্থে সাক্ষাৎ করা তাম্বুর দুৱার-মুখলৈ যিহোৱার আগলৈ পুরোহিতর ওচরলৈ সেইবোর আনিব। ২৪ পাছে পুরোহিতে দোষার্থক বলির মের পোৱালিটো আৰু সেই লোগ তেল লৈ, যিহোৱার সম্মুখত দোলনীয় নৈবেদ্যর অর্থে দোলাব। ২৫ পাছে তেওঁ সেই দোষার্থক বলির মের পোৱালিটো কাটিব লাগিব; আৰু পুরোহিতে সেই দোষার্থক বলির কিছু তেজ লৈ, শুচি হব লগীয়া মানুহটোর সোঁ কাণর মূরত, সোঁ হাতর বুঢ়া আঙ্গুলিত, আৰু সোঁ ভরির বুঢ়া আঙ্গুলিত লগাই দিব। ২৬ পাছে পুরোহিতে সেই তেলর অলপ আপোনার বাঁও হাতর তলুৱাত বাকিব। ২৭ আৰু পুরোহিতে সোঁ আঙ্গুলিরে বাঁও হাতর তলুৱাত থকা সেই তেলর পরা অলপ অলপকৈ সাত্‌বার যিহোৱার সম্মুখত ছটিয়াব। ২৮ পাছে পুরোহিতে আপোনার হাতর তলুৱাত থকা তেলর পরা কিছু লৈ, শুচি হব লগীয়া মানুহটোর সোঁ কাণর মূরত, সোঁ হাতর বুঢ়া আঙ্গুলিত, আৰু সোঁ ভরির বুঢ়া আঙ্গুলিত, পূর্ব্বে দিয়া সেই দোষার্থক বলির তেজ থকা ঠাইর ওপরত দিব। ২৯ আৰু শুচি হব লগীয়া মানুহটোক যিহোৱার সম্মুখত প্রায়শ্চিত্ত করিবলৈ, পুরোহিতে আপোনার হাতত থকা অৱশিষ্ট তেলখিনি তার মূরত দিব। ৩০ পাছে সি সমর্থ অনুসারে অনা সেই কপৌ দুটার বা পার পোৱালি দুটার মাজর এটা উৎসর্গ করিব, ৩১ অর্থাৎ তার সমর্থ অনুসারে অনা সেই দুটার এটা পাপার্থক বলি, আনটো হোম-বলিস্বরূপে ভক্ষ্য নৈবেদ্যখিনিয়ে সৈতে উৎসর্গ করিব, আৰু শুচি হব লগীয়া মানুহটোক পুরোহিতে যিহোৱার সম্মুখত প্রায়শ্চিত্ত করিব। ৩২ কুষ্ঠরোগর ঘা থকা যি মানুহ আপোনাকে শুচি করা সময়ত নিয়মিত বলিদান আদি দিবলৈ অসমর্থ, তার এই নিয়ম।

৩৩ পাছে যিহোৱাই মোচি আৰু হারোণক কলে, ৩৪ মই যি দেশ অধিকারর অর্থে তোমালোকক দিম, সেই কনান দেশত তোমালোক সোমোৱার পাছে, তোমালোকে অধিকার করা দেশর কোনো ঘরত যদি মই কুষ্ঠরোগর দাগ উৎপন্ন করোঁ, ৩৫ তেন্তে ঘরর গরাকীয়ে আহি পুরোহিতক জনাব, যে, মোর ঘরত কুষ্ঠরোগর দাগ যেন দেখিছোঁ। ৩৬ তার পাছে, ঘরর সকলো বস্তু যেন অশুচি নহয়, এই নিমিত্তে, সেই দাগ চাবলৈ পুরোহিতে ঘর সোমোৱার পূর্ব্বেই ঘর খালি করিবলৈ পুরোহিতে আজ্ঞা করিব; পাছত পুরোহিতে ঘর চাবলৈ সোমাব। ৩৭ পাছে তেওঁ সেই দাগ চাব; যদি সেই দাগ ঘরর দেয়ালত অলপ কেঁচা বরণীয়া বা রঙচীয়া চকলাচকলি হয়, আৰু দেয়ালত্‌কৈ দ যেন বোধ হয়, ৩৮ তেন্তে পুরোহিতে ঘরর পরা দুৱার-মুখলৈ ওলাই সাত দিন সেই ঘর বন্ধ করি রাখিব। ৩৯ সপ্তম দিনা পুরোহিতে পুনরায় আহি তাক চাই, যদি ঘরর দেয়ালত সেই দাগ ব্যাপি যোৱা দেখে, ৪০ তেন্তে, মানুহে যেন সেই দাগ থকা শিলবোর উলিয়াই নগরর বাহিরত অশুচি ঠাইত পেলাই দিয়ে, পুরোহিতে এনে আজ্ঞা করিব। ৪১ পাছে সেই ঘরর ভিতরর চারিওফালর দেয়াল তেওঁ চুঁচাই পেলোৱাব, আৰু চুঁচি পেলোৱা করালবোর সিহঁতে নগরর বাহিরত অশুচি ঠাইত পেলাই দিব। ৪২ আৰু সিহঁতে আন শিল লৈ সেই শিলর ঠাইত বহুৱাব, আৰু আন করাল লৈ ঘর লিপিব। ৪৩ এই

রূপে শিল উলিওৱা, ঘর চুঁচা, আৰু লিপার পাছে, যদি পুনরায় ঘরত সেই দাগ ওলায়, ৪৪ তেতিয়া পুরোহিতে আহি চাই, যদি সেই ঘরত দাগ ব্যাপি যোৱা দেখে, তেন্তে সেই ঘরত সংহারক কুষ্ঠ আছে ; সেয়ে অশুচি। ৪৫ তেতিয়া মানুহে সেই ঘর ভাঙ্গি পেলাব, আৰু তার শিল, কাঠ, আৰু করাল আদি সকলোকে নগরর বাহিরলৈ অশুচি ঠাইলৈ লৈ যাব। ৪৬ আৰু সেই ঘর বন্ধ থাকেমানে যি কোনোৱে তার ভিতরত সোমাব, সি সন্ধ্যালৈকে অশুচি হৈ থাকিব। ৪৭ আৰু যি কোনোৱে সেই ঘরত শুব, সি আপোন বস্ত্র ধুব, আৰু যি কোনোৱে সেই ঘরত আহার করিব, সিও আপোন বস্ত্র ধুব লাগিব। ৪৮ আৰু সেই ঘর লিপার পাছে পুরোহিতে সোমাই যদি সেই দাগ ব্যাপি নোযোৱা দেখে, তেন্তে পুরোহিতে সেই ঘর শুচি বুলি কব ; কিয়নো তার কুষ্ঠ ভাল হল। ৪৯ পাছে তেওঁ সেই ঘর শুচি করিবর নিমিত্তে, দুটা চরাই, এডোখর এরচ কাঠ, অলপ রঙা নোম, আৰু একোঁচা এচোব বন লৈ, ৫০ মাটির পাত্রত থোৱা বোৱতী পানীর ওপরত তার এটা চরাই কাটিব। ৫১ পাছে তেওঁ সেই এরচ কাঠ-ডোখর, এচোব বনকোঁচা, রঙা নোমখিনি, আৰু জীয়া চরাইটো, এই সকলোকে লৈ, সেই কটা চরাইর তেজত আৰু বোৱতী পানীত জুবুরিয়াই সাত্‌বার ঘরত ছটিয়াব। ৫২ এই রূপে চরাইর তেজ, বোৱতী পানী, জীয়া চরাই, এরচ কাঠ, এচোব বন, আৰু রঙা নোম, এই সকলোরে দ্বারায় সেই ঘর শুচি করিব। ৫৩ পাছে নগরর বাহিরলৈ পথারর ফাললৈ সেই জীয়া চরাইটো উড়ুৱাই দিব ; এই রূপে তেওঁ ঘর প্রায়শ্চিত্ত করিব ; তাতে সেই ঘর শুচি হব।

৫৪ এয়ে চুলি ভাঢ়ি সরা, ৫৫ কাপর আৰু ঘরত হোৱা কুষ্ঠ, ৫৬ দমলা বন্ধা, নিকরি বন্ধা, জিলিকা দাগ, এই সকলো প্রকার কুষ্ঠরোগর চিনর নিয়ম ; ৫৭ এই সকলো কোন সময়ত শুচি আৰু কোন সময়ত অশুচি, তাক জনোৱাই তার অভিপ্রায় ; এয়ে কুষ্ঠরোগর নিয়ম।

নানা অশৌচর পরা শুচি হোৱার নিয়ম।

১৫ পাছে যিহোৱাই মোচি আৰু হারোণক কলে, ২ তোমালোকে ইস্রায়েলর সন্তানবিলাকক এই কথা কোৱা, কোনো পুরুষর, গার পরা কিবা বৈ থকা রোগ হলে, সেই রোগর নিমিত্তে সি অশুচি হব। ৩ সেই রোগ থাকেমানে, সি অশুচি হৈ থাকিব ; তার গার পরা যি বৈ থাকে, সেয়ে বৈ থাকোক বা বৈ থকার পরা বন্ধ হওক, তথাপি সি অশুচি অৱস্থাত থাকিব। ৪ সেই রোগী শোৱা প্রত্যেক শয্যা অশুচি, আৰু বহা প্রত্যেক আসনো অশুচি। ৫ যি কোনোৱে তার শয্যা চুব, সি আপোন বস্ত্র ধুব, পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ৬ আৰু সেই রোগী বহা আসনত যদি কোনোৱা বহে, তেন্তে সি আপোন বস্ত্র ধুব, পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ৭ আৰু যি কোনোৱে সেই রোগীর গা চুব, সি আপোন বস্ত্র ধুব, পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ৮ আৰু সেই রোগীয়ে যদি কোনো শুচি মানুহর গাত থুই পেলায়, তেন্তে সি আপোন বস্ত্র ধুব, পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ৯ আৰু সেই রোগী যি কোনো বাহনত উঠিব, সেয়ে অশুচি হব। ১০ আৰু যি কোনোৱে তার তলত থকা কোনো বস্তু চুব, সি সন্ধ্যালৈকে অশুচি হৈ থাকিব ; আৰু যি কোনোৱে সেই বস্তু তুলি নিব, সি আপোন বস্ত্র ধুব, পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ১১ সেই রোগীয়ে হাত নোধোৱাকৈ যাক চুব, সি আপোন বস্ত্র ধুব, পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ১২ আৰু সেই রোগীয়ে যি কোনো মাটির পাত্র চুব, তাক ভাঙ্গি পেলাব লাগিব, আৰু সকলো কাঠর পাত্র পানীত ধুব লাগিব। ১৩ পাছে সেই রোগী যেতিয়া আপোন রোগর পরা সুস্থ হব, তেতিয়া সি আপোন শুচির অর্থে, সাত দিন বাট চাই থাকি আপোন বস্ত্র ধুব, আৰু বোৱতী পানীত গা ধুব ; তাতে সি শুচি হব। ১৪ অষ্টম দিনা সি আপোনার নিমিত্তে, দুটা কপৌ বা দুটা পার পোৱালি লৈ, সাক্ষাৎ করা তাম্বুর দুৱার-মুখলৈ যিহোৱার আগলৈ আহি সেইবোর পুরোহিতক দিব। ১৫ তাতে পুরোহিতে তার এটা পাপার্থক বলিস্বরূপে আনটো হোম-বলিস্বরূপে উৎসর্গ

কৰিব; এই ৰূপে পুৰোহিতে তাৰ সেই ৰোগৰ কাৰণে যিহোবাৰ সম্মুখত তাক প্ৰায়শ্চিত্ত কৰিব।

১৬ আৰু যদি কোনো পুৰুষৰ বীৰ্য্যপাত হয়, তেন্তে সি আপোনাৰ গোটেই গা পানীত ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ১৭ আৰু যি কোনো বস্ত্ৰত বা ছালত বীৰ্য্য লাগিব, তাক পানীত ধুব লাগিব, আৰু সেয়ে সন্ধ্যালৈকে অশুচি হৈ থাকিব। ১৮ আৰু কোনো পুৰুষে তিৰুতাই সৈতে শয়ন কৰোঁতে বীৰ্য্যপাত হলে, সিহঁত দুয়ো পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব।

১৯ আৰু যদি কোনো তিৰুতাৰ গাৰ পৰা কিবা বৈ থাকে, আৰু তাইৰ গাৰ পৰা সেই বৈ থকা বস্তু যদি তেজ হয়, তেন্তে তাই সাত দিন অশুচি হৈ থাকিব; যি কোনোৱে তাইক চুব, সি সন্ধ্যালৈকে অশুচি হৈ থাকিব। ২০ আৰু সেই অশৌচৰ কালত তাই যিহৰ ওপৰত শুব, সেয়ে অশুচি হব; আৰু যিহৰ ওপৰত তাই বহিব, সেইটোও অশুচি হব। ২১ আৰু যি কোনোৱে তাইৰ শয্যা চুব, সি আপোন বস্ত্ৰ ধুব, পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ২২ আৰু যি কোনোৱে তাই বহা কোনো আসন চুব, সিও আপোন বস্ত্ৰ ধুব, পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ২৩ আৰু তাইৰ শয্যাৰ ওপৰত বা আসনৰ ওপৰত থকা কিবা বস্তু যদি সি চোৱে, তেন্তে সি সন্ধ্যালৈকে অশুচি হৈ থাকিব। ২৪ আৰু যদি কোনো পুৰুষে তাইৰে সৈতে শয়ন কৰে, আৰু তাইৰ তেজ তাৰ গাত লাগে, তেন্তে সি সাত দিন অশুচি হৈ থাকিব, আৰু যি কোনো শয্যাত সি শুব, সেই শয্যাও অশুচি হব।

২৫ আৰু মাহেকীয়া অশৌচৰ কালত ৰক্তস্ৰাৱ নহৈ, যদি অসময়ত কোনো তিৰুতাৰ বহুদিনলৈকে ৰক্তস্ৰাৱ হয়, বা মাহেকীয়া অশৌচৰ কালতকৈ যদি অনেক দিনলৈ ৰক্তস্ৰাৱ হয়, তেন্তে মাহেকীয়া অশৌচৰ কালৰ দৰে, সেই অশুচি ৰক্তস্ৰাৱৰ সকলো দিন তাই অশুচি হৈ থাকিব; তাই অশুচি। ২৬ সেই ৰক্তস্ৰাৱৰ সকলো দিন যি কোনো শয্যাত তাই শুব, সেয়ে মাহেকীয়া অশৌচৰ কালৰ শয্যাৰ দৰে অশুচি হব; আৰু যি কোনো আসনৰ ওপৰত তাই বহিব, সেয়ে মাহেকীয়া অশৌচৰ কালৰ অশুচিতাৰ দৰে অশুচি হব। ২৭ আৰু যি কোনোৱে সেইবোৰ চুব, সি অশুচি হব, আৰু বস্ত্ৰ ধুই পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। ২৮ পাছে সেই তিৰুতা ৰক্তস্ৰাৱৰ পৰা সুস্থ হলে, তাই সাত দিন থাকিব; তাৰ পাছে তাই শুচি হব। ২৯ পাছে অষ্টম দিনা, তাই আপোনাৰ নিমিত্তে দুটা কপৌ বা দুটা পাৰ পোৱালি লৈ, সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখলৈ পুৰোহিতৰ ওচৰলৈ আনিব। ৩০ পুৰোহিতে তাৰ এটা পাপাৰ্থক বলিস্বৰূপে, আৰু আনটো হোম-বলিস্বৰূপে উৎসৰ্গ কৰিব; এই ৰূপে তাইৰ অশুচি ৰক্তস্ৰাৱৰ কাৰণে পুৰোহিতে যিহোবাৰ সম্মুখত তাইক প্ৰায়শ্চিত্ত কৰিব।

৩১ ইস্ৰায়েলৰ সন্তানবিলাকে সিবিলাকৰ মাজত থকা মোৰ আবাস অশুচি কৰি সিবিলাকে আপোন আপোন অশৌচৰ কাৰণে মৰা নপৰিবৰ নিমিত্তে, এই ৰূপে তোমালোকে সিবিলাকক আপোন আপোন অশৌচৰ পৰা পৃথক কৰিবা।

৩২ গাৰ পৰা কিবা বৈ থকা ৰোগী, বীৰ্য্যপাতত অশুচি হোৱা লোক, ৩৩ ৰজস্বলা হোৱা তিৰুতা, গাৰ পৰা কিবা বৈ থকা ৰোগী পুৰুষ কি স্ত্ৰী, আৰু অশুচি তিৰুতাৰে সৈতে শয়নকাৰী পুৰুষ, এই সকলোৰ নিমিত্তে এই নিয়ম।

### মহাপ্ৰায়শ্চিত্তদিনৰ কাৰ্য্য।

১৬ হাৰোণৰ যি দুজন পুত্ৰ যিহোবাৰ ওচৰলৈ গৈ মৰা পৰিল, সিবিলাকৰ মৃত্যুৰ পাছত যিহোবাই মোচিক কলে; ২ তেওঁ মোচিক এই কথা কলে, হাৰোণ মৰা নপৰিবৰ নিমিত্তে, চন্দুকৰ ওপৰত থকা পাপাবৰণৰ সম্মুখলৈ প্ৰভেদক বস্ত্ৰৰ ভিতৰৰ পবিত্ৰস্থানলৈ সকলো সময়ত নোসোমাবৰ নিমিত্তে আজ্ঞা কৰা; কিয়নো মই পাপাবৰণৰ ওপৰত মেঘত দৰ্শন দিম। ৩ হাৰোণে এই ৰূপে পবিত্ৰস্থানত সোমাব; পাপাৰ্থক বলিৰ নিমিত্তে এটা দমৰা গৰু, আৰু হোমৰ অৰ্থে এটা মটা মেৰ লগত লব। ৪ তেওঁ শণ সূতাৰ পবিত্ৰ বস্ত্ৰখন গাত

লব, শণর আণ্ডিয়াটো পিন্ধিব, শণর টঙালিগছ কঁকালত বান্ধিব, আৰু শণর পাগ্‌টো পিন্ধিব; এইবোর পবিত্র বস্ত্র; তেওঁ পানীত গা ধুই এইবোর পিন্ধিব। ৫ পাছে তেওঁ ইস্রায়েলর সন্তানবিলাকর মণ্ডলীর পরা, পাপার্থক বলি উৎসর্গ করিবলৈ দুটা ছাগ, আৰু হোমর অর্থে এটা মটা মের লব। ৬ আৰু হারোণে আপোনার নিমিত্তে লোৱা পাপার্থক বলির দমরা গৰুটো আনি নিজক আৰু নিজ বংশক প্রায়শ্চিত্ত করিব। ৭ পাছে ছাগ দুটা লৈ, সাক্ষাৎ করা তাম্বুর দুৱার-মুখত যিহোৱার আগত উপস্থিত করিব। ৮ পাছে হারোণে সেই দুটা ছাগর বিষয়ে চিঠি খেলিব; এটা গুটি যিহোৱার নিমিত্তে, আনটো অজাজেলর নিমিত্তে হব। ৯ আৰু যি ছাগর অর্থে যিহোৱার নামত গুটি উঠিব, হারোণে সেই ছাগ্‌টো লৈ, পাপার্থক বলিস্বরূপে উৎসর্গ করিব। ১০ কিন্তু যি ছাগর অর্থে অজাজেলর নামত গুটি উঠিব, তাক অজাজেললৈ অরণ্যর ভিতরলৈ পঠাবর নিমিত্তে, তারে প্রায়শ্চিত্ত করিবলৈ যিহোৱার সম্মুখত তাক জীয়াই জীয়াই উপস্থিত করিব লাগিব। ১১ পাছে হারোণে আপোনার নিমিত্তে লোৱা পাপার্থক বলির দমরা গৰুটো আনি নিজক আৰু নিজ বংশক প্রায়শ্চিত্ত করিব; তেওঁ নিজর নিমিত্তে লোৱা সেই পাপার্থক বলির দমরা গৰুটো কাটিব। ১২ আৰু যিহোৱার সম্মুখত থকা বেদির ওপরর পরা জ্বলা আঙঠারে এটা আঙঠা-ধরা ভরাই, আৰু মিহিকৈ গুড়ি করা দুমুঠি সুগন্ধি ধূপ লৈ প্রভেদক বস্ত্রর ভিতরলৈ আহিব। ১৩ আৰু তেওঁ মরা নপড়িবর নিমিত্তে সাক্ষ্য-কলির চন্দুকর ওপরত থকা পাপাবরণক যেন ধূপর ধোঁৱাই ঢাকে, এই নিমিত্তে সেই সুগন্ধি ধূপ যিহোৱার সম্মুখত জুইত দিব। ১৪ পাছে তেওঁ সেই দমরার অলপমান তেজ লৈ, পুবফালে পাপাবরণত আঙুলিরে ছটিয়াব; আৰু আঙুলিরে পাপাবরণর সম্মুখতো সেই তেজর কিছু লৈ সাত্‌বার ছটিয়াব। ১৫ পাছে তেওঁ লোকবিলাকর পাপার্থক বলির ছাগ্‌টো কাটি, তার তেজ প্রভেদক বস্ত্রর ভিতরলৈ আনি, দমরার তেজ যেনেকৈ করে, তেনেকৈ ইয়ার তেজকো করিব; অর্থাৎ পাপাবরণত আৰু পাপাবরণর সম্মুখত তাক ছটিয়াব। ১৬ এই রূপে, ইস্রায়েলর সন্তানবিলাকর সকলো প্রকার অশৌচ আৰু অপরাধর কারণে, সিবিলাকর আটাই পাপর নিমিত্তেই তেওঁ পবিত্রস্থান প্রায়শ্চিত্ত করিব; আৰু যি সাক্ষাৎ করা তাম্বু সিবিলাকর লগত সিবিলাকর সকলো প্রকার অশৌচর মাজত আছে, তাকো তেওঁ সেই রূপে করিব। ১৭ আৰু প্রায়শ্চিত্ত করিবলৈ পবিত্রস্থানত তেওঁ সোমোৱারে পরা নিজক, নিজ বংশক, আৰু ইস্রায়েলর গোটেই সমাজক প্রায়শ্চিত্ত করি এঁটাই নোলোৱালৈকে, কোনো মানুহ সাক্ষাৎ করা তাম্বুত নেথাকিব। ১৮ তেওঁ ওলাই যিহোৱার সম্মুখত থকা বেদির ওচরলৈ গৈ, তাক প্রায়শ্চিত্ত করিব; তেওঁ সেই দমরাটোর অলপ তেজ, আৰু ছাগ্‌টোর অলপ তেজ লৈ, বেদির চারিওফালর শিঙ কেইটাত লগাই দিব। ১৯ আৰু তেওঁ আপোন আঙুলিরে তেজর কিছু লৈ তার ওপরত সাত্‌বার ছটিয়াই তাক শুচি করিব, আৰু ইস্রায়েলর সন্তানবিলাকর সকলো প্রকার অশৌচর পরা শুচি করি তাক পবিত্র করিব। ২০ এই রূপে পবিত্রস্থান, সাক্ষাৎ করা তাম্বু, আৰু বেদি প্রায়শ্চিত্ত করি এঁটোৱার পাছত, হারোণে সেই জীয়া ছাগ্‌টো আনিব। ২১ পাছে তেওঁ আপোনার হাত দুখন সেই জীয়া ছাগ্‌টোর মূরত দিব; আৰু ইস্রায়েলর সন্তানবিলাকর সকলো অপরাধ, আৰু সিবিলাকর আটাই অধর্ম্ম, সিবিলাকর সকলো পাপকেই তার ওপরত স্বীকার করি, তেওঁ সেই সকলোকে সেই ছাগর মূরত অর্পণ করিব; পাছে যুগুতে থকা মানুহ এটার হতুৱাই তাক অরণ্যলৈ পঠাই দিব। ২২ আৰু ছাগ্‌টোৱে নিজর ওপরত সিবিলাকর সকলো অপরাধ নির্জ্জন ঠাইলৈ বৈ নিব; সি সেই ছাগ অরণ্যত এরি দিব। ২৩ পাছে হারোণে সাক্ষাৎ করা তাম্বুত সোমাব, আৰু পবিত্রস্থানত সোমোৱার সময়ত যি শণর বস্ত্রবোর পিন্ধে, তাক সোলোকাই সেই ঠাইতে থব। ২৪ পাছে তেওঁ কোনো পবিত্র ঠাইত গা ধুই, আপোন বস্ত্র পিন্ধি ওলাব; আৰু আপোনার হোম-বলি ও লোকবিলাকর হোম-বলি উৎসর্গ করি নিজক আৰু লোকবিলাকক প্রায়শ্চিত্ত করিব। ২৫ আৰু পাপার্থক বলিটোর তেলখিনি বেদিত দগ্ধ

করিব। ২৬ আৰু যি জনে অজাজেলৰ নিমিত্তে ছাগ্‌টো এৰি দিব, সি আপোন বস্ত্ৰ আৰু গা ধুব, আৰু তাৰ পাছে ছাউনিত সোমাব পাৰিব। ২৭ আৰু পাপাৰ্থক বলিৰ যি দমৰা গৰু, আৰু পাপাৰ্থক বলিৰ যি ছাগ, যিবোৰৰ তেজ প্ৰায়শ্চিত্ত করিবৰ নিমিত্তে পবিত্ৰস্থানৰ ভিতৰলৈ অনা হব, সেইবোৰ ছাউনিৰ বাহিৰলৈ নিয়া হব, আৰু সেইবোৰৰ ছাল, মঙহ, আৰু গোবৰ জুইত পুৰি ভস্ম কৰা হব। ২৮ আৰু যি জনে সেইবোৰ পুৰিব, সি আপোন বস্ত্ৰ ধুব, আৰু পানীত গা ধুব, আৰু তাৰ পাছে ছাউনিত সোমাব পাৰিব।

২৯ তোমালোকৰ নিমিত্তে চিৰস্থায়ী বিধি এই। সপ্তম মাহৰ দশম দিনা, স্বদেশীয় হওক বা তোমালোকৰ মাজত প্ৰবাস কৰা বিদেশীয়েই হওক, তোমালোক সকলোৱেই আপোন আপোন প্ৰাণক দুঃখ দিবা, আৰু কোনো কৰ্ম্ম নকরিবা। ৩০ কিয়নো, সেই দিনা তোমালোকক শুচি করিবৰ অৰ্থে তোমালোকক প্ৰায়শ্চিত্ত কৰা হব; তাতে তোমালোক সকলোৱেই পাপৰ পৰা যিহোৱাৰ সাক্ষাতে শুচি হবা। ৩১ সেয়ে তোমালোকৰ সম্পূৰ্ণ বিশ্ৰামৰ বিশ্ৰাম-দিন; তোমালোকে আপোন আপোন প্ৰাণক দুঃখ দিবা; এয়ে চিৰস্থায়ী বিধি। ৩২ বাপেকৰ সলনি পুৰোহিত-কৰ্ম্ম করিবলৈ যাক অভিষিক্ত আৰু নিযুক্ত কৰা হব, সেই পুৰোহিতে প্ৰায়শ্চিত্ত করিব, আৰু শণ সূতাৰ বস্ত্ৰ অৰ্থাৎ পবিত্ৰ বস্ত্ৰবোৰ পিন্ধিব। ৩৩ আৰু তেওঁ পবিত্ৰস্থান প্ৰায়শ্চিত্ত করিব, সাক্ষাৎ কৰা তাম্বু আৰু বেদি প্ৰায়শ্চিত্ত করিব, আৰু পুৰোহিতবিলাকক ও সমাজৰ সকলো লোকবিলাকক প্ৰায়শ্চিত্ত করিব। ৩৪ ইস্ৰায়েলৰ সন্তানবিলাকক সিবিলাকৰ সকলো পাপৰ কাৰণে বছৰৰ ভিতৰত এবাৰ প্ৰায়শ্চিত্ত কৰাটোৱেই তোমালোকৰ নিমিত্তে চিৰস্থায়ী বিধি হব। তেতিয়া হাৰোণে মোচিক দিয়া যিহোৱাৰ আজ্ঞা অনুসাৰেই কাৰ্য্য করিলে।

### বলিদান আৰু তেজৰ বিধি।

**১৭** পাছে যিহোৱাই মোচিক কলে, তুমি হাৰোণক, তেওঁৰ পুত্ৰবিলাকক, ২ আৰু ইস্ৰায়েলৰ আটাই সন্তানবিলাকক এই কথা কোৱা, যিহোৱাই এই আজ্ঞা করিছে, ৩ ইস্ৰায়েল-বংশীয় যি কোনোৱে গৰু, বা মেৰ, বা ছাগলী, ৪ যিহোৱাৰ আবাসৰ সম্মুখত যিহোৱাৰ উদ্দেশে উপহাৰ-স্বৰূপে উৎসৰ্গ করিবলৈ সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখলৈ ননাকৈ, ছাউনিৰ ভিতৰত বা বাহিৰত কাটিব, সেই মানুহটোলৈ ৰক্তপাতৰ দোষ গণিত হব; সেই মানুহে ৰক্তপাত কৰাত, তাক আপোন লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন কৰা হব। ৫ ইয়াৰ অভিপ্ৰায় এই, যে, ইস্ৰায়েলৰ সন্তানবিলাকে মুকলি পথাৰত যি যি পশু বলিদান কৰে, সেই সকলোকে সিবিলাকে যেন সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখলৈ যিহোৱাৰ উদ্দেশে পুৰোহিতৰ ওচৰলৈ আনি, যিহোৱাৰ উদ্দেশে মঙ্গলাৰ্থক বলিস্বৰূপে উৎসৰ্গ কৰে। ৬ পুৰোহিতে সেই মঙ্গলাৰ্থক বলিৰ তেজ সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখত যিহোৱাৰ বেদিৰ ওপৰত ছটিয়াব লাগিব, আৰু তাৰ তেলখিনি সুঘ্ৰাণৰ অৰ্থে যিহোৱাৰ উদ্দেশে দগ্ধ করিব লাগিব। ৭ সিবিলাকে যি বন-দেৱতাবোৰৰ অনুগামী হৈ ব্যভিচাৰ করি আছিছে, সেইবোৰৰ উদ্দেশে আৰু বলিদান করিব নেলাগে। এয়ে সিবিলাকৰ পুৰুষানুক্ৰমে পালন করিব লগীয়া চিৰস্থায়ী বিধি হব।

৮ আৰু তুমি সিবিলাকক কোৱা, ইস্ৰায়েল-বংশীয় যি কোনো মানুহে, বা সিবিলাকৰ মাজত প্ৰবাস কৰা যি কোনো বিদেশীয়ে আপোনাৰ হোম-বলি বা মঙ্গলাৰ্থক বলি, ৯ যিহোৱাৰ উদ্দেশে উৎসৰ্গ করিবলৈ সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখলৈ ননাকৈ উৎসৰ্গ করিব, সি আপোন লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন হব।

১০ ইস্ৰায়েল-বংশীয় যি কোনো মানুহে, বা সিবিলাকৰ মাজত প্ৰবাস কৰা যি কোনো বিদেশীয়ে কোনো প্ৰকাৰ তেজ খাব, ময় সেই তেজ খোৱা জনলৈ কোন্দোৱাকৈ চাম, আৰু তাৰ লোকবিলাকৰ মাজৰ পৰা তাক উচ্ছন্ন করিম। ১১ কিয়নো শৰীৰৰ প্ৰাণ তেজত থাকে; আৰু তোমালোকৰ প্ৰাণ প্ৰায়শ্চিত্ত করিবৰ অৰ্থে ময় সেই তেজ বেদিৰ ওপৰত দিবলৈ তোমালোকক দিলোঁ; কিয়নো প্ৰাণৰ গুণে তেজেই প্ৰায়শ্চিত্ত-সাধক। ১২ এই হেতুকে ময় ইস্ৰায়েলৰ সন্তানবিলাকক কলোঁ, তোমালোকৰ মাজৰ কোনেও

তেজ খাব নেলাগে, আৰু তোমালোকৰ মাজত প্ৰবাস কৰা কোনো বিদেশীয়েও তেজ খাব নেলাগে।

[১৩] আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত যি কোনো লোকে, বা সিবিলাকৰ মাজত প্ৰবাস কৰা যি কোনো বিদেশীয়ে কোনো খাব পৰা পশু বা চৰাই চিকাৰত মাৰিব, সি তাৰ তেজ উলিয়াই ধূলিত ঢাকি থব। [১৪] কিয়নো প্ৰত্যেক প্ৰাণীৰ প্ৰাণ তেজত থাকে; এই হেতুকে ময় ইস্ৰায়েলৰ সন্তানবিলাকক কলোঁ, তোমালোকে কোনো প্ৰাণীৰ তেজ নেখাবা; কিয়নো প্ৰত্যেক প্ৰাণীৰ তেজেই তাৰ প্ৰাণ; যি কোনোৱে তাক খাব, সি উচ্ছন্ন হব। [১৫] স্বদেশীয় বা বিদেশীয়ৰ মাজৰ যি কোনোৱে আপোনা-আপুনি মৰা, বা হিংসক জন্তুৱে ছিৰা পশু ভোজন কৰিব, সি আপোন বস্ত্ৰ ধুব, পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব; তাৰ পাছে সি শুচি হব। [১৬] কিন্তু যদি সি বস্ত্ৰ বা গা নোধোৱে, তেন্তে সি আপোন অপৰাধৰ ফল ভোগ কৰিব।

বিবাহ আদিৰ বিষয়ে বিধি।

**১৮** পাছে যিহোৱাই মোচিক কলে, [২] তুমি ইস্ৰায়েলৰ সন্তানবিলাকক এই কথা কোৱা, ময় তোমালোকৰ ঈশ্বৰ যিহোৱা। [৩] তোমালোকে যি মিচৰ দেশত বাস কৰিছিলা, সেই দেশৰ আচাৰৰ দৰে আচৰণ নকৰিবা, আৰু ময় তোমালোকক যি কনান দেশলৈ লৈ আহিছোঁ, সেই দেশৰ আচাৰৰ দৰেও আচৰণ নকৰিবা, আৰু সিহঁতৰ বিধি অনুসাৰেও নচলিবা। [৪] তোমালোকে মোৰ শাসন-প্ৰণালীমতে কাৰ্য্য কৰিবা, আৰু মোৰেই বিধিবোৰ পালন কৰি সেই অনুসাৰে আচৰণ কৰিবা; ময় তোমালোকৰ ঈশ্বৰ যিহোৱা। [৫] এই হেতুকে, মোৰ যি বিধি আৰু শাসন-প্ৰণালীবোৰ মানুহে পালন কৰিলে তাৰ দ্বাৰায় জীয়ে, সেই সকলোকে তোমালোকে পালন কৰিবা। ময় যিহোৱা।

[৬] তোমালোকে কোনেও উলঙ্গতা অনাবৃত কৰিবলৈ, আপোন বংশ-পৰিয়ালৰ কাৰো ওচৰলৈ নেযাবা; ময় যিহোৱা। [৭] তুমি আপোন পিতৃৰ উলঙ্গতা, তোমাৰ মাতৃৰ উলঙ্গতাকেই অনাবৃত নকৰিবা; তেওঁ তোমাৰ মাতৃ; তেওঁৰ উলঙ্গতা অনাবৃত নকৰিবা। [৮] তোমাৰ পিতৃ-ভাৰ্য্যাৰ উলঙ্গতা অনাবৃত নকৰিবা; সেয়ে তোমাৰ পিতৃৰ উলঙ্গতা। [৯] তোমাৰ বাই, ভনী, তোমাৰ পিতৃৰ জীয়েক, বা তোমাৰ মাতৃৰ জীয়েক ঘৰত জন্মাই হওক, বা আন ঠাইতে জন্মা হওক, সিহঁতৰ উলঙ্গতা অনাবৃত নকৰিবা। [১০] তোমাৰ পো-নাতিনীয়েৰাৰ, বা জী-নাতিনীয়েৰাৰ উলঙ্গতা অনাবৃত নকৰিবা; কিয়নো সিহঁতৰ উলঙ্গতা তোমাৰ নিজৰেই উলঙ্গতা। [১১] তোমাৰ পিতৃৰ ঔৰসত জন্মা তোমাৰ পিতৃ-ভাৰ্য্যাৰ জীয়েকৰ উলঙ্গতা অনাবৃত নকৰিবা; তাই তোমাৰ ভনী। [১২] তোমাৰ পিতৃৰ বায়েক বা ভনীয়েকৰ উলঙ্গতা অনাবৃত নকৰিবা; তাই তোমাৰ পিতৃৰ ওচৰ-সম্বন্ধীয়া। [১৩] তোমাৰ মাতৃৰ বায়েক বা ভনীয়েকৰ উলঙ্গতা অনাবৃত নকৰিবা; কিয়নো তাই তোমাৰ মাতৃৰ ওচৰ-সম্বন্ধীয়া। [১৪] তোমাৰ পিতৃৰ ককায়েক বা ভায়েকৰ উলঙ্গতা অনাবৃত নকৰিবা; তুমি তাৰ তিৰুতাৰ ওচৰলৈ নেযাবা; তাই তোমাৰ বড়-মাৰা বা খুৰি। [১৫] তোমাৰ বোৱাৰীয়েৰাৰ উলঙ্গতা অনাবৃত নকৰিবা; কিয়নো তাই তোমাৰ পোৰ তিৰুতা; তাইৰ উলঙ্গতা অনাবৃত নকৰিবা। [১৬] তোমাৰ ককায়েৰা বা ভায়েৰাৰ তিৰুতাৰ উলঙ্গতা অনাবৃত নকৰিবা; সেয়ে তোমাৰ ককায়েৰা বা ভায়েৰাৰ উলঙ্গতা। [১৭] কোনো তিৰুতাৰ আৰু তাইৰ জীয়েকৰ উলঙ্গতা অনাবৃত নকৰিবা; উলঙ্গতা অনাবৃত কৰিবলৈ তাইৰ পো-নাতিনীয়েক বা জী-নাতিনীয়েকক বিয়া নকৰিবা; সিহঁত ওচৰ-সম্বন্ধীয়া; এয়ে লম্পটতা। [১৮] আপোন তিৰুতাৰ সতিনী থটাবলৈ, তাই জীয়াই থকা কালত, উলঙ্গতা অনাবৃত কৰিবৰ অৰ্থে তাইৰ লগত বায়েক বা ভনীয়েকক বিয়া নকৰিবা। [১৯] আৰু কোনো তিৰুতা মাহেকীয়া অশৌচেৰে অশুচি হৈ থাকেমানে, তাইৰ উলঙ্গতা অনাবৃত কৰিবলৈ তাইৰ ওচৰলৈ নেযাবা। [২০] আৰু তুমি আপোনাকে অশুচি কৰিবলৈ লোকৰ তিৰুতাত গমন নকৰিবা। [২১] আৰু তোমাৰ সন্তানৰ কাকো মোলক দেৱতায় উদ্দেশে অগ্নিৰ মাজেদি গমন কৰাই, তোমাৰ ঈশ্বৰৰ নাম অপবিত্ৰ নকৰিবা;

মই যিহোৱা। [22]তুমি তিৰুতা মানুহৰ লগত শয়ন কৰাৰ দৰে পুৰুষে সৈতে শয়ন নকৰিবা; সেয়ে ঘিণলগীয়া কৰ্ম্ম। [23]আৰু তুমি নিজকে অশুচি কৰিবলৈ, কোনো জন্তুত পতিত নহবা; আৰু কোনো তিৰুতাই আপোনাৰে সৈতে সংসৰ্গ কৰাবলৈ, কোনো পশুৰ আগত থিয় নহব; সেয়ে স্বভাৱৰ বিৰুদ্ধ কাৰ্য্য।

[24]তোমালোকে এই সকলো কাৰ্য্যৰ কোনো কাৰ্য্যৰ দ্বাৰায় আপোনাবিলাকক অশুচি নকৰিবা; কিয়নো যি যি জাতিক মই তোমালোকৰ সন্মুখৰ পৰা খেদিম, সিহঁত এই সকলো কৰ্ম্মৰ দ্বাৰায় অশুচি হল। [25]আৰু সেই দেশখনো অশুচি হল; এই হেতুকে মই তাৰ অপৰাধৰ ফল তাক ভোগ কৰাম, আৰু সেই দেশে আপোন নিবাসীবিলাকক বঁতিয়াই পেলাব। [26]এই হেতুকে তোমালোকে মোৰ বিধি আৰু শাসন-প্ৰণালীবোৰ পালন কৰিবা, আৰু স্বদেশীয়, বা তোমালোকৰ মাজত প্ৰবাস কৰা বিদেশীয়েই হওক, তোমালোকে সেই সকলো ঘিণলগীয়া কাৰ্য্যৰ মাজৰ কোনো কাৰ্য্য নকৰিবা। [27](কিয়নো তোমালোকৰ পূৰ্ব্বে থকা লোকবিলাকে এই সকলো ঘিণলগীয়া কৰ্ম্ম কৰাত, সেই দেশ অশুচি হল।) [28]কৰিলে, সেই দেশে তোমালোকৰ পূৰ্ব্বে থকা সেই জাতিক বঁতিয়াই পেলোৱা নিচিনাকৈ, তোমালোকে সেই দেশ অশুচি কৰিলে, সেই দেশে তোমালোককো বঁতিয়াই পেলাব। [29]কিয়নো যি যি লোকে এইবোৰ ঘিণলগীয়া কাৰ্য্যৰ কোনো কাৰ্য্য কৰিব, ঘিণলগীয়া কাৰ্য্য কৰা সেই সকলোকেই আপোন লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন কৰা হব। [30]এই হেতুকে তোমালোকৰ পূৰ্ব্বে প্ৰচলিত হোৱা ঘিণলগীয়া ৰীতি-নীতিবোৰৰ মাজৰ একোকে তোমালোকে যেন নাচৰা, আৰু তাৰ দ্বাৰায় আপোনাবিলাকক যেন অশুচি নকৰা, এই নিমিত্তে মোৰ পালনীয় পালন কৰিবা; মই তোমালোকৰ ঈশ্বৰ যিহোৱা।

### নানা বিষয়ৰ নানা আদেশ।

**১৯** পাছে যিহোৱাই মোচিক কলে, [2]তুমি ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীক এই কথা কোৱা, তোমালোক পবিত্ৰ হব লাগে; কিয়নো তোমালোকৰ ঈশ্বৰ যিহোৱা যি মই, মই পবিত্ৰ। [3]তোমালোক প্ৰতিজনে আপোন আপোন মাতৃক, আৰু আপোন আপোন পিতৃক ভয় কৰিবা, আৰু মোৰ বিশ্ৰাম-দিন পালন কৰিবা; মই তোমালোকৰ ঈশ্বৰ যিহোৱা। [4]তোমালোকে প্ৰতিমাবোৰৰ ফাললৈ মুখ নকৰিবা; আৰু আপোনাবিলাকৰ নিমিত্তে সাঁচত ঢলা মূৰ্ত্তি নিৰ্ম্মাণ নকৰিবা; মই তোমালোকৰ ঈশ্বৰ যিহোৱা। [5]আৰু যেতিয়া তোমালোকে যিহোৱাৰ উদ্দেশে মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিবা, তেতিয়া তোমালোকে গ্ৰাহ্য হবৰ নিমিত্তেই তাক উৎসৰ্গ কৰিবা। [6]তোমালোকে তাক উৎসৰ্গ কৰা দিনা, আৰু তাৰ পাছদিনা তাক ভোজন কৰিব লাগিব; তৃতীয় দিনলৈ যদি অৱশিষ্ট থাকে, তেন্তে তাক জুইত পুৰি ভস্ম কৰিব লাগিব। [7]তৃতীয় দিনা যদি কেনেবাকৈ তাৰ অলপ খোৱা যায়, তেন্তে সেয়ে ঘিণলগীয়া আৰু অগ্ৰাহ্য হব। [8]কিন্তু ভোজন কৰা জনে আপোন অপৰাধৰ ফল ভোগ কৰিব, কিয়নো সি যিহোৱাৰ পবিত্ৰ বস্তু অপবিত্ৰ কৰিলে, সেই মানুহক আপোন লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন কৰা হব।

[9]আৰু তোমালোকে আপোন আপোন ভূমিত উৎপন্ন হোৱা শস্য দাবৰ কালত, ক্ষেতিৰ চুকত থকা শস্য শেষ নথকাকৈ নেদাবা, আৰু তোমাৰ ক্ষেতিৰ এৰি যোৱা শস্য সুবুটলিবা। [10]আৰু আপোন আপোন দ্ৰাক্ষাবাৰীৰ এৰি যোৱা দ্ৰাক্ষাফল নিছিঙিবা, আৰু দ্ৰাক্ষাবাৰীৰ সৰি পৰা দ্ৰাক্ষাফল সুবুটলিবা; তুমি দুঃখীয়া আৰু বিদেশীৰ নিমিত্তে তাক এৰি যাবা; মই তোমালোকৰ ঈশ্বৰ যিহোৱা। [11]তোমালোকে চুৰ নকৰিবা; আৰু ইজনে সিজনক ছল নকৰিবা, আৰু মিছা কথা নকবা। [12]আৰু তুমি মোৰ নাম লৈ মিছা শপথ কৰি তোমাৰ ঈশ্বৰৰ নাম অপবিত্ৰ নকৰিবা; মই যিহোৱা। [13]তুমি লোকক অত্যাচাৰ নকৰিবা, আৰু তাৰ বস্তু অপহৰণ নকৰিবা; বেচলৈ কাম কৰা চাকৰৰ বেচ ৰাতিপুৱালৈকে ওৰেৰাতি নেৰাখিবা। [14]তুমি কলাক শাও নিদিবা, আৰু অন্ধৰ আগত উজুটি খোৱা মূঢ়া নথবা, কিন্তু তোমাৰ ঈশ্বৰলৈ ভয় ৰাখিবা; মই যিহোৱা। [15]তোমালোকে বিচাৰত

অন্যায় নকরিবা; বিচারত তুমি দুঃখীয়ার মুখলৈ নেচাবা, আৰু সম্ভ্ৰান্ত লোকক সমাদর নকরিবা; কিন্তু তুমি ধৰ্ম্মমতে আপোন ওচর-চুবুরীয়ার বিচার নিষ্পত্তি করিবা; ১৬ তুমি আপোন লোকবিলাকর মাজত চৰ্চ্চি ফুরোঁতা নহবা; আৰু তোমার ওচর-চুবুরীয়ার রক্তপাতর নিমিত্তে উঠি থিয় নহবা; ময় যিহোবা। ১৭ আপোন ভাইক মনত ঘিণ নকরিবা; তুমি আপোন ওচর-চুবুরীয়াক অবশ্যে সতর্ক করিবা, তাতে তুমি তার নিমিত্তে পাপর ভার নববা। ১৮ তুমি স্বজাতীয়র সন্তানবিলাকর প্রতিকার নেসাধিবা, বা সিবিলাকর বিরুদ্ধে আখেজ নেরাখিবা; কিন্তু আপোন ওচর-চুবুরীয়াক আপোনার নিচিনাকৈ প্রেম করিবা; ময় যিহোবা। ১৯ তোমালোকে মোর বিধিবোর পালন করিবা; তোমার পশুরে সৈতে, তুমি আন বিধর পশুক জাক ফুরিবলৈ নিদিবা; তোমার পথারত একে ডোখর মাটিত দুবিধ গুটি নববা; আৰু দুই প্রকার সূতা মিহলি করি বোবা বস্ত্র নিপিন্ধিবা। ২০ ধনেরে বা আন রূপে মুক্ত নোহোবা এনে যি বাগ্দান করা বেটী, তাইরে সৈতে যদি কোনোৱে শয়ন করে, তেন্তে সিহঁত দুয়ো দণ্ডনীয় হব, কিন্তু সিহঁতর প্রাণদণ্ড নহব; কিয়নো তাই মুক্ত হোবা নাই। ২১ আৰু সেই পুরুষে সাক্ষাৎ করা তাম্বুর দুবার-মুখলৈ, যিহোবার উদ্দেশে আপোনার দোষার্থক বলি, অর্থাৎ দোষার্থক বলির নিমিত্তে এটা মটা মের আনিব। ২২ আৰু পুরোহিতে যিহোবার সাক্ষাতে সেই দোষার্থক মেরটোর দ্বারায়, সি করা পাপর নিমিত্তে তাক প্রায়শ্চিত্ত করিব; তাতে সি করা পাপর ক্ষমা হব। ২৩ আৰু তোমালোকে যেতিয়া দেশত সোমাই, গুটি খাবর অর্থে সকলো প্রকার গছ রুবা, তেতিয়া তার ফল অচুন্নৎ যেন গণ্য করিবা; তিনি বছরলৈকে সেয়ে তোমালোকর মানত অচুন্নৎ হৈ থাকিব; তাক খাব নেলাগে। ২৪ পাছে চতুর্থ বছরত তার সকলো ফল যিহোবার প্রশংসার্থক উপহারস্বরূপে পবিত্র হব। ২৫ আৰু গছে ফল উৎপন্ন করি থাকিবর নিমিত্তে, তোমালোকে পঞ্চম বছরত তার ফল খাবা; ময় তোমালোকর ঈশ্বর যিহোবা। ২৬ তোমালোকে তেজে সৈতে একো মঙহ নেখাবা; শুভ অশুভ লক্ষণ নেমানিবা, আৰু গণকর বিদ্যা ব্যবহার নকরিবা। ২৭ তোমালোকে আপোন আপোন মূরর চুলি ঘূরণীয়াকৈ নেকাটিবা, আৰু আপোন আপোন ডাঢ়ির চুক অসুন্দরীকৈ মুক্ষুরাবা। ২৮ আৰু মরা লোকর নিমিত্তে তোমালোকে আপোন আপোন গা কাট্কুট নকরিবা, আৰু গাত কাটি বা বিন্ধি দাগ নলগাবা; ময় যিহোবা। ২৯ তুমি আপোন জীয়েরাক বেশ্যা হবলৈ দি তাইক ভ্রষ্টা নকরিবা; দিলে দেশ ব্যভিচারত পতিত হব, আৰু দেশ দুষ্টতারে পরিপূর্ণ হব। ৩০ তোমালোকে মোর বিশ্রাম-দিন পালন করিবা, আৰু মোর ধৰ্ম্মধামলৈ ভয় রাখিবা; ময় যিহোবা। ৩১ ভূত পোহা আৰু গুণ-মন্ত্র জনা-বিলাকর ফাললৈ মুখ নকরিবা; আপোনাবিলাকক অশুচি করিবর নিমিত্তে সিহঁতক সুধিবলৈ সিহঁতর ওচরলৈ নেযাবা; ময় তোমালোকর ঈশ্বর যিহোবা। ৩২ তুমি পকামূরীয়া জনর আগত উঠি থিয় হবা, বৃদ্ধ লোকক সমাদর করিবা, আৰু আপোন ঈশ্বরলৈ ভয় রাখিবা; ময় যিহোবা। ৩৩ আৰু কোনো বিদেশী লোকে যদি তোমালোকর দেশত তোমালোকে সৈতে বাস করে, তেন্তে তোমালোকে তাক উপদ্রব নকরিবা। ৩৪ তোমালোকর মাজত স্বদেশীয় লোক যেনে, তোমালোকর মাজত প্রবাস করা বিদেশী লোকো তোমালোকর পক্ষে তেনে হব, আৰু তুমি তাক আপোনার নিচিনাকৈ প্রেম করিবা; কিয়নো মিচর দেশত তোমালোকো বিদেশী আছিলা; ময় তোমালোকর ঈশ্বর যিহোবা। ৩৫ তোমালোকে বিচারত, বা পরিমাণত, বা ওজনত, বা দ্রব দ্রব্যর জোখত অন্যায় নকরিবা; ৩৬ তোমালোকে ঠিক পাল্লা, ঠিক ডগা, ঠিক ঐফা, আৰু ঠিক হীন রাখিবা; মিচর দেশর পরা তোমালোকক উলিয়াই অনা তোমালোকর ঈশ্বর যিহোবা ময়। ৩৭ এতেকে তোমালোকে মোর সকলো বিধি আৰু সকলো শাসন-প্রণালী পালন করি, সেই অনুসারে আচরণ করিবা; ময় যিহোবা।

### নানা দোষর নানা দণ্ড।

**২০** পাছে যিহোবাই মোচিক কলে, ২ তুমি ইস্রায়েলর সন্তানবিলাকক আৰু কোবা, ইস্রায়েলর সন্তানবিলাকর যি কোনোৱে বা ইস্রায়েলর মাজত প্রবাস করা যি কোনো বিদেশীয়ে আপোন সন্তানর কোনো এজনক মোলক দেব-

তাৰ উদ্দেশে দান কৰিব, তাৰ অৱশ্যে প্ৰাণদণ্ড হব। দেশীয় লোকবিলাকে তাক শিল দলিয়াই বধ কৰিব। ৩ আৰু ময়ো সেই মানুহলৈ কোন্দোৰাকৈ চাই, তাৰ লোকবিলাকৰ মাজৰ পৰা তাক উচ্ছন্ন কৰিম; কিয়নো, মোৰ ধৰ্ম্মধাম অশুচি কৰিবলৈ, আৰু মোৰ পবিত্ৰ নাম অপবিত্ৰ কৰিবলৈ, সি আপোন সন্তানৰ কোনো এজনক মোলক দেৱতাৰ উদ্দেশে দান কৰিলে। ৪ আৰু যি সময়ত সেই মানুহে আপোন সন্তানৰ কোনো এজনক মোলক দেৱতাৰ উদ্দেশে দান কৰে, সেই সময়ত যদি দেশীয় লোকবিলাকে সেই মানুহৰ কাৰ্য্যলৈ চকু মুদে, আৰু তাক বধ নকৰে, ৫ তেন্তে ময়েই সেই মানুহলৈ আৰু তাৰ গোষ্ঠীলৈ কোন্দোৰাকৈ চাই, তাক আৰু মোলক দেৱতাৰে সৈতে ব্যভিচাৰ কৰিবৰ অৰ্থে তাৰ অনুগামী হোৱা আটাই ব্যভিচাৰীক সিহঁতৰ লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন কৰিম। ৬ আৰু যি কোনো মানুহে ভূত পোহা আৰু গুণ-মন্ত্ৰ জনাবিলাকৰ অনুগামী হৈ ব্যভিচাৰ কৰিবলৈ সিহঁতৰ ফাললৈ মুখ কৰিব, ময় সেই মানুহলৈ কোন্দোৰাকৈ চাই, তাৰ লোকবিলাকৰ মাজৰ পৰা তাক উচ্ছন্ন কৰিম। ৭ এই হেতুকে তোমালোকে আপোনাবিলাকক পবিত্ৰ কৰি পবিত্ৰ হোৱা; কিয়নো ময় তোমালোকৰ ঈশ্বৰ যিহোৱা। ৮ আৰু তোমালোকে মোৰ বিধিবোৰ পালন কৰিবা, আৰু সেই অনুসাৰে আচৰণ কৰিবা; ময় তোমালোকৰ পবিত্ৰকাৰী যিহোৱা। ৯ কিয়নো যি কোনোৱে আপোন পিতৃ বা মাতৃক শাও দিব, তাৰ অৱশ্যে প্ৰাণদণ্ড হব; পিতৃ-মাতৃক শাও দিয়াত তাৰ ৰক্তপাতৰ দোষ তাৰ নিজৰ গাতে থাকিব। ১০ আৰু যি মানুহে পৰস্ত্ৰীৰে সৈতে ব্যভিচাৰ কৰিব, যি মানুহে ওচৰ-চুবুৰীয়াৰ তিৰুতাৰে সৈতে ব্যভিচাৰ কৰিব, সেই ব্যভিচাৰী আৰু সেই ব্যভিচাৰিণী দুয়োৰো অৱশ্যে প্ৰাণদণ্ড হব। ১১ আৰু যি মানুহে আপোন পিতৃ-ভাৰ্য্যাৰে সৈতে শয়ন কৰিব, সি আপোন পিতৃৰ উলঙ্গতা অনাবৃত কৰা হব; অৱশ্যে সিহঁত দুয়োৰো প্ৰাণদণ্ড হব; সিহঁতৰ ৰক্তপাতৰ দোষ সিহঁতৰ গাতে থাকিব। ১২ আৰু কোনোৱে যদি আপোন পো-বোৱাৰীয়েকৰ লগত শয়ন কৰে, তেন্তে অৱশ্যে সিহঁত দুয়োৰো প্ৰাণদণ্ড হব; সিহঁতে স্বভাৱৰ বিৰুদ্ধ কাৰ্য্য কৰে; সিহঁতৰ ৰক্তপাতৰ দোষ সিহঁতৰ গাতে থাকিব। ১৩ আৰু কোনো পুৰুষে যদি তিৰুতাৰ দৰে পুৰুষে সৈতে শয়ন কৰে, তেন্তে সিহঁত দুয়ো ঘিণলগীয়া কৰ্ম্ম কৰে; সিহঁতৰ প্ৰাণদণ্ড অৱশ্যে হব; সিহঁতৰ ৰক্তপাতৰ দোষ সিহঁতৰ গাতে থাকিব। ১৪ আৰু কোনোৱে যদি কোনো তিৰুতাক আৰু তাইৰ মাকক গ্ৰহণ কৰে, তেন্তে সেয়ে কুকৰ্ম্ম; তোমালোকৰ মাজত যেন এনে কুকৰ্ম্ম নহয়, এই নিমিত্তে তাক আৰু সিহঁতক, তিনিওটাকে জুইত পুৰি ভস্ম কৰা হব। ১৫ আৰু যদি কোনো লোক পশুত পতিত হয়, তাৰ অৱশ্যে প্ৰাণদণ্ড হব; আৰু তোমালোকে সেই পশুকো বধ কৰিবা; ১৬ আৰু কোনো তিৰুতাই যদি পশুৰে সৈতে সংসৰ্গ কৰিবলৈ তাৰ ওচৰলৈ যায়, তেন্তে তুমি সেই তিৰুতাক আৰু পশুক বধ কৰিবা; সিহঁতৰ অৱশ্যে প্ৰাণদণ্ড হব; সিহঁতৰ ৰক্তপাতৰ দোষ সিহঁতৰ গাতে থাকিব। ১৭ আৰু যদি কোনো লোকে আপোনাৰ বায়েক কি ভনীয়েক, অৰ্থাৎ বাপেকৰ জীয়েক বা মাকৰ জীয়েকক গ্ৰহণ কৰি উভয়ে উভয়ৰ উলঙ্গতা দেখে, তেন্তে সেয়ে বড় লাজৰ বিষয়; সিহঁত আপোন জাতিৰ সন্তানবিলাকৰ সাক্ষাতে উচ্ছন্ন হব; সি আপোনাৰ বায়েক কি ভনীয়েকৰ উলঙ্গতা অনাবৃত কৰাত, সি আপোন অপৰাধৰ ফল ভোগ কৰিব। ১৮ আৰু যদি কোনোবাই মাহেকীয়া অশৌচ হোৱা তিৰুতাৰে সৈতে শয়ন কৰে, তাইৰ উলঙ্গতা অনাবৃত কৰে, তেন্তে সেই পুৰুষে তাইৰ ভুমুক অনাবৃত কৰাত, আৰু সেই তিৰুতায়ো আপোনাৰ তেজৰ ভুমুক অনাবৃত কৰাত, সিহঁত দুয়ো আপোন লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন হব। ১৯ আৰু তুমি আপোন মাতৃৰ বা পিতৃৰ বায়েক কি ভনীয়েকৰ উলঙ্গতা অনাবৃত নকৰিবা; কিয়নো তাক কৰিলে, আপোন ওচৰ-সম্বন্ধীয়াৰ উলঙ্গতা অনাবৃত কৰা হয়; সিহঁত দুয়ো আপোন আপোন অপৰাধৰ ফল ভোগ কৰিব। ২০ আৰু যদি কোনো মানুহে আপোন বড়-মাক বা খুৰীয়েকে সৈতে শয়ন কৰে, তেন্তে সি আপোন বড়-বাপেকৰ বা দদায়েকৰ উলঙ্গতা অনাবৃত কৰা হয়; সিহঁতে আপোন আপোন পাপৰ ফল ভোগ কৰিব; সিহঁত নিঃসন্তান হৈ মৰিব। ২১ আৰু যদি কোনোবাই আপোন ককায়েক কি ভায়েকৰ

তিরুতাক গ্ৰহণ কৰে, তেন্তে সেয়ে অশুচি কৰ্ম্ম; আপোন ককায়েক কি ভায়েকৰ তিৰুতাৰ উলঙ্গতা অনাবৃত কৰাত, সিহঁত নিঃসন্তান হৈ থাকিব।

[22] এই হেতুকে তোমালোকে বাস কৰিবৰ নিমিত্তে যি দেশলৈ ময় তোমালোকক লৈ আহিছোঁ, সেই দেশে যেন তোমালোকক বঁতিয়াই নেপেলায়, এই নিমিত্তে তোমালোকে মোৰ সকলো বিধি আৰু সকলো শাসন-প্ৰণালী পালন কৰিবা, আৰু সেই অনুসাৰে আচৰণ কৰিবা। [23] ময় তোমালোকৰ সম্মুখৰ পৰা যি জাতিক খেদিম, তাৰ ৰীতি-নীতিৰ দৰে তোমালোকে আচৰণ নকৰিবা; কিয়নো সিহঁতে সেই সকলো কাৰ্য্য কৰাত, ময় সিহঁতক ঘিণ কৰিলোঁ। [24] কিন্তু ময় তোমালোকক কলোঁ, তোমালোকেই সিহঁতৰ দেশ অধিকাৰ কৰিবা; ময় তোমালোককেই অধিকাৰৰ অৰ্থে সেই দুগ্ধ মধু বৈ থকা দেশ দিম; আন জাতিবিলাকৰ পৰা তোমালোকক পৃথক কৰা তোমালোকৰ ঈশ্বৰ যিহোৱা ময়েই। [25] এতেকে তোমালোকে শুচি অশুচি পশুৰ, আৰু শুচি অশুচি পক্ষীৰ প্ৰভেদ কৰিবা; ময় যি যি পশু, পক্ষী, আৰু ভূচৰ পোক পৰুৱা আদি জন্তুক অশুচি বুলি তোমালোকৰ পৰা পৃথক কৰিলোঁ, সেইবোৰৰ কোনো এটাৰ দ্বাৰায় তোমালোকে আপোনাবিলাকক ঘিণলগীয়া নকৰিবা। [26] তোমালোক মোৰ উদ্দেশে পবিত্ৰ হব লাগে; কিয়নো ময় যিহোৱা পবিত্ৰ, আৰু তোমালোক মোৰ হবলৈ, ময় তোমালোকক আন জাতিবিলাকৰ পৰা পৃথক কৰিলোঁ।

[27] যি পুৰুষ কি স্ত্ৰীয়ে ভূত পুহিব, বা গুণী হব, তাৰ প্ৰাণদণ্ড অৱশ্যে হব; লোকবিলাকে সিহঁতক শিল দলিয়াই বধ কৰিব; সিহঁতৰ ৰক্তপাতৰ দোষ সিহঁতৰ গাতে থাকিব।

### পুৰোহিতবিলাকৰ বিষয়ে নানা বিধি।

**২১** পাছে যিহোৱাই মোচিক কলে, তুমি হাৰোণৰ পুত্ৰ পুৰোহিতবিলাকক কোৱা, আপোন লোকবিলাকৰ মাজৰ কোনো মানুহ মৰিলে, তাৰ নিমিত্তে কোনেও আপোনাকে অশুচি কৰিব নেলাগে; [2] কেৱল আপোনাৰ ওচৰ-সম্বন্ধীয়া এ কে তেজৰ, অৰ্থাৎ আপোনাৰ মাক, বাপেক, পুতেক, জীয়েক, ককায়েক, আৰু ভায়েকৰ নিমিত্তে আপোনাকে অশুচি কৰিব পাৰে; [3] আৰু যি ছোৱালী বিয়া হোৱা নাই, এনে ওচৰ-সম্বন্ধীয়া আপোনাৰ বায়েক কি ভনীয়েক মৰিলে, তাৰ নিমিত্তেও আপোনাকে অশুচি কৰিব পাৰে। [4] আপোন লোকবিলাকৰ মাজত এজন প্ৰধান লোক হোৱাৰ কাৰণে, তেওঁ আপোনাকে অপবিত্ৰ কৰিবৰ অৰ্থে আপোনাকে অশুচি কৰিব নোৱাৰে। [5] সিবিলাকে আপোন আপোন মূৰৰ কোনো ঠাই ক্ষুৰাই টকলা নকৰিব, ডাড়িৰ চুক নুক্ষুৰাব, আৰু আপোন আপোন গা কাটকুট নকৰিব। [6] সিবিলাক আপোনাবিলাকৰ ঈশ্বৰৰ উদ্দেশে পবিত্ৰ হব, আপোনাবিলাকৰ ঈশ্বৰৰ নাম অপবিত্ৰ নকৰিব; কিয়নো সিবিলাকে যিহোৱাৰ অগ্নিকৃত উপহাৰ, আপোনাবিলাকৰ ঈশ্বৰৰ ভক্ষ্য উৎসৰ্গ কৰে; এই হেতুকে সিবিলাক পবিত্ৰ হব লাগে। [7] আৰু পুৰোহিতে বেশ্যা বা ভ্ৰষ্টা তিৰুতা গ্ৰহণ নকৰিব, আৰু গিৰিয়েকে ত্যাগ কৰা তিৰুতাকো গ্ৰহণ নকৰিব; কিয়নো তেওঁ আপোন ঈশ্বৰৰ উদ্দেশে পবিত্ৰ। [8] এই কাৰণে তুমি তেওঁক পবিত্ৰ কৰি ৰাখিবা; কিয়নো তেওঁ তোমাৰ ঈশ্বৰৰ ভক্ষ্য উৎসৰ্গ কৰে; তেওঁ তোমাৰ পক্ষে পবিত্ৰ হব লাগে; কিয়নো তোমালোকক পবিত্ৰ কৰোঁতা যিহোৱা যি ময়, ময় পবিত্ৰ। [9] আৰু কোনো পুৰোহিতৰ জীয়েকে যদি বেশ্যাকৰ্ম্ম কৰি আপোনাকে অপবিত্ৰ কৰে, তেন্তে তাই আপোনাৰ বাপেককো অপবিত্ৰ কৰা হয়; তাইক জুইত পোৰা যাব।

[10] আৰু আপোন ভাইবিলাকৰ মাজত যি প্ৰধান পুৰোহিতৰ মূৰত অভিষেকাৰ্থক তেল ঢলা গল, আৰু পবিত্ৰ বস্ত্ৰবোৰ পিন্ধিবৰ নিমিত্তে নিযুক্ত কৰা হল, তেওঁ আপোনাৰ মূৰৰ চুলি মুকলিকৈ নেৰাখিব, আৰু আপোনাৰ কাপৰ নেফালিব; [11] আৰু তেওঁ কোনো মৰা শৱৰ ওচৰলৈ নেযাব; আপোন পিতৃ কি মাতৃৰ নিমিত্তেও তেওঁ আপোনাকে অশুচি নকৰিব, [12] আৰু ধৰ্ম্মধামৰ পৰা বাহিৰ হৈ নেযাব, আৰু আপোন ঈশ্বৰৰ ধৰ্ম্মধাম অপবিত্ৰ নকৰিব; কিয়নো আপোন ঈশ্বৰৰ অভিষেকাৰ্থক তেল কিৰীটস্বৰূপে তেওঁৰ মূৰত আছে; ময় যিহোৱা। [13] তেওঁ কেৱল পুৰুষে স্পৰ্শ নকৰা

ছোৱালীহে বিয়া করিব। [১৪] বিধবা, বা স্বামীয়ে ত্যাগ করা, ভ্রষ্টা, বা বেশ্যা, এনে তিরুতা তেওঁ বিয়া নকরিব; কিন্তু আপোন লোকবিলাকর মাজর, পুরুষে স্পর্শ নকরা কোনো ছোৱালী বিয়া করিব। [১৫] তেওঁ আপোন লোকবিলাকর মাজত আপোন বংশ অপবিত্র নকরিব; কিয়নো মই তেওঁক পবিত্র কৰোঁতা যিহোৱা।

[১৬] যিহোৱাই মোচিক আরু কলে, [১৭] তুমি হারোণক কোৱা, পুরুষানুক্রমে তোমার বংশর মাজত যার গাত ঘূণ থাকিব, সি আপোন ঈশ্বরর ভক্ষ্য উৎসর্গ করিবলৈ ওচর নেচাপিব। [১৮] কিয়নো, যি কোনো লোকর ঘূণ থাকিব, সি ওচর নেচাপিব; [১৯] কণা, খোৰা, ফেঁচা-নকা, অধিক অঙ্গ থকা, কি ভরি ভগা, কি হাত ভগা, [২০] কি কুঁজা, কি বাওনা, কি চকুরোগী, কি খজুলি থকা, কি নিকরি বন্ধা, কি অণ্ডকোষ কঢ়া, [২১] আদি করি কোনো ঘূণ থকা যি পুরুষ হারোণ পুরোহিতর বংশর মাজত থাকিব, সি যিহোৱার উদ্দেশে অগ্নিকৃত উপহার উৎসর্গ করিবলৈ ওচর নেচাপিব; তার ঘূণ আছে; সি আপোন ঈশ্বরর ভক্ষ্য উৎসর্গ করিবলৈ ওচর নেচাপিব। [২২] ঈশ্বরর ভক্ষ্য, অর্থাৎ অতি পবিত্র আরু পবিত্র বস্তু দুয়োকো সি ভোজন করিব পারিব; [২৩] কেৱল প্রভেদক বস্ত্রর ভিতরলৈ নোসোমাব, আরু যজ্ঞবেদির ওচর নেচাপিব, কিয়নো তার ঘূণ আছে; তাতে সি মোর পবিত্র ঠাইবোর অপবিত্র নকরিব; কিয়নো মই সেই সকলোকে পবিত্র কৰোঁতা যিহোৱা। [২৪] এই রূপে মোচিয়ে হারোণক, তেওঁর পুত্রবিলাকক, আরু ইস্রায়েলর আটাই সন্তানবিলাকক কলে।

### উৎসর্গ করা পবিত্র বস্তুর বিষয়ে নানা বিধি।

২২ পাছে যিহোৱাই মোচিক কলে, [২] ইস্রায়েলর সন্তানবিলাকে মোর উদ্দেশে যি বস্তু পবিত্র করে, সিবিলাকর সেই পবিত্র বস্তুর পরা যেন নিজকে নিজে পৃথকে রাখে, আরু মোর পবিত্র নাম অপবিত্র নকরে, এনে আজ্ঞা তুমি হারোণ আরু তেওঁর পুত্রবিলাকক দিয়া; মই যিহোৱা। [৩] তুমি সিবিলাকক কোৱা, ইস্রায়েলর সন্তানবিলাকে যিহোৱার উদ্দেশে পবিত্র করা পবিত্র বস্তুর ওচরলৈ, পুরুষানুক্রমে তোমালোকর বংশর মাজর যি কোনোৱে অশুচি হৈ ওচর চাপিব, তাক মোর সম্মুখর পরা উচ্ছন্ন করা হব; মই যিহোৱা। [৪] হারোণর বংশর মাজত যি কোনো লোক কুষ্ঠরোগী হব, বা যি কোনোর গার পরা কিবা বৈ থকা রোগ হব, সি শুচি নহয়মানে পবিত্র বস্তুর একোকে ভোজন নকরিব; আরু যি কোনোৱে মরা শবর দ্বারায় অশুচি হোৱা বস্তু চুব, বা যার বীর্য্যপাত হব, [৫] বা যি বস্তুর দ্বারায় মানুহ অশুচি হব পারে, এনে বগাই ফুরা জন্তু, বা যি কোনো প্রকার অশৌচ মানুহর পরা লাগিব পারে, অশৌচ থকা এনে মানুহক চুব, [৬] সেই চোৱা মানুহটো সন্ধ্যালৈকে অশুচি হৈ থাকিব, আরু পানীত আপোনার গা নুধুলে পবিত্র বস্তু ভোজন নকরিব। [৭] বেলি মার গলে, সি শুচি হব; পাছে পবিত্র বস্তু ভোজন করিব পারিব; কিয়নো সেয়ে তার আহার। [৮] পুরোহিতে আপোনাকে অশুচি করিবর অর্থে, আপুনি মরা, বা হিংসক জন্তুৱে চিরা পশুর মঙহ নেখাব; মই যিহোৱা। [৯] এই হেতুকে সিবিলাকে মোর পালনীয় পালন করিব লাগে; নতুবা সিবিলাকে তাক অপবিত্র করিলে, তার কারণে সিবিলাক পাপত পড়িব, আরু তার নিমিত্তে মরিব; মই সিবিলাকক পবিত্র কৰোঁতা যিহোৱা। [১০] পুরোহিত-বংশর নোহোৱা কোনো লোকে পবিত্র বস্তু নেখাব; পুরোহিতর ঘরত থকা আলহি, বা বেচখোৱা চাকরে পবিত্র বস্তু ভোজন নকরিব। [১১] কিন্তু যদি পুরোহিতে ধন দি কোনো লোকক কিনি লয়, তেন্তে সি তাক ভোজন করিব; আরু তেওঁর ঘর-ওপজা লোকবিলাকেও তেওঁর আহার খাব। [১২] আরু পুরোহিতর জীয়েক যদি আন বংশর মানুহে সৈতে বিয়া হয়, তেন্তে উপহারস্বরূপে দিয়া পবিত্র বস্তু তাই ভোজন নকরিব। [১৩] আরু পুরোহিতর জীয়েক যদি বিধবা, বা স্বামীয়ে ত্যাগ করা হয়, আরু তাইর যদি সন্তান নেথাকে, আরু আপোন বাপেকর ঘরলৈ আহি জীয়ারী কালর দরে থাকে, তেন্তে তাই বাপেকর আহার খাব পারে; কিন্তু পুরোহিত-বংশর নোহোৱা কোনো লোকে তাক ভোজন নকরিব। [১৪] আরু যদি কোনোৱে অজ্ঞানত পবিত্র বস্তু খায়, তেন্তে সি পুরোহিতক তার ক্ষতিপূরণ করিব, আরু তার পাঁচ ভাগর এভাগ বেচীকৈ

দিব। ১৫ এইরূপে, ইস্রায়েলর সন্তানবিলাকে যিহোৱার উদ্দেশে উৎসর্গ করা পবিত্র বস্তুবোর পুরোহিতবিলাকে অপবিত্র করি, ১৬ ইস্রায়েলর সন্তানবিলাকে আপোনাবিলাকর পবিত্র বস্তু খোৱা সময়ত, সিবিলাকক দোষত পেলাই অপরাধর ফল ভোগ করাব নেলাগে; কিয়নো ময় সিবিলাকক পবিত্র কৰোঁতা যিহোৱা।

১৭ পাছে যিহোৱাই মোচিক কলে, ১৮ তুমি হারোণক, তেওঁর পুত্রবিলাকক, আরু ইস্রায়েলর সকলো সন্তানবিলাকক কোৱা, প্রতিজ্ঞা সিদ্ধ করিবর অর্থে দিয়া, বা ইচ্ছামতে এনেই দিয়া, যিহোৱার উদ্দেশে হোম-বলিস্বরূপে অনা উপহারবোরর মাজর আপোনার উপহার যদি ইস্রায়েল-বংশর কোনো মানুহে, নাইবা ইস্রায়েলর মাজত প্রবাস করা কোনো বিদেশী লোকে আনে, ১৯ তেন্তে সেয়ে গ্রাহ্য হবর নিমিত্তে, গরুর, বা মেরর, বা ছাগর পরা নির্দ্দোষী মটা পশু উৎসর্গ করিব লাগে। ২০ কিন্তু তোমালোকে ঘুণ থকা একোকে উৎসর্গ নকরিবা; কিয়নো সেয়ে তোমালোকর পক্ষে গ্রাহ্য নহব। ২১ কোনো লোকে যদি প্রতিজ্ঞা সিদ্ধ করিবর অর্থে, নাইবা ইচ্ছামতে এনেই দিবর অর্থে, গরু, কি মের, কি ছাগর জাকর পরা মঙ্গলার্থক বলি যিহোৱার উদ্দেশে উৎসর্গ করে, তেন্তে গ্রাহ্য হবর নিমিত্তে সেয়ে নির্দ্দোষী হব লাগে; তাত কোনো ঘুণ থাকিব নেলাগে। ২২ কণা, কি ঠেং ভগা, কি খুন হোৱা, কি পুঁজ-পানী বৈ থকা, কি খহুৱা, কি নিকরি বন্ধা, এনে পশু তোমালোকে যিহোৱার উদ্দেশে উৎসর্গ নকরিবা; আরু তার একোকে যিহোৱার নিমিত্তে অগ্নিকৃত উপহারস্বরূপে যজ্ঞবেদিত নুতুলিবা। ২৩ আরু অধিক অঙ্গ কি কম্তি অঙ্গ থকা গরু, মের বা ছাগ পোৱালি ইচ্ছামতে এনেই দিয়া উপহারস্বরূপে উৎসর্গ করিব পারা; কিন্তু প্রতিজ্ঞা সিদ্ধ করিবর অর্থে সেয়ে গ্রাহ্য নহব। ২৪ আরু অণ্ডকোষ চেপি ভঙা, কি খুন্দা, কি মুচরি ছিঙা, কি কটা, একোকে যিহোৱার উদ্দেশে উৎসর্গ নকরিবা; আরু তোমালোকর দেশত তেনে পশু বলিদান নকরিবা। ২৫ আরু বিদেশীর হাতর পরাও সেইবোরর মাজর কিবা লৈ, তোমালোকর ঈশ্বরর ভক্ষ্যস্বরূপে উৎসর্গ নকরিবা; কিয়নো সেইবোরত দোষ আছে, সেইবোরত ঘুণ আছে; সেইবোর তোমালোকর পক্ষে গ্রহণীয় নহব।

২৬ পাছে যিহোৱাই মোচিক কলে, ২৭ গরু, কি মের, কি ছাগ, জগার পাছে সাত দিনলৈকে মাকর লগত থাকিব; পাছে অষ্টম দিনর পরা, যিহোৱার উদ্দেশে আগ করা অগ্নিকৃত উপহারর নিমিত্তে, তাক গ্রহণ করা হব। ২৮ গাই গরু হওক, কি মাইকী মের বা ছাগলী হওক, তাইক তাইর পোৱালিয়ে সৈতে একে দিনাই মারিব নেলাগে। ২৯ তোমালোকে যি সময়ত যিহোৱার উদ্দেশে অনুগ্রহ মনা বলি উৎসর্গ করিবা, সেই সময়ত, গ্রাহ্য হবর নিমিত্তেহে তাক উৎসর্গ করিবা। ৩০ সেই একে দিনাই তাক ভোজন করিব লাগিব; তোমালোকে রাতিপুৱালৈ তার একোকে অবশিষ্ট নেরাখিবা; ময় যিহোৱা। ৩১ এই হেতুকে তোমালোকে মোর আজ্ঞাবোর পালন করি, সেই অনুসারে কার্য্য করিবা; ময় যিহোৱা। ৩২ আরু তোমালোকে মোর পবিত্র নাম অপবিত্র নকরিবা; কিন্তু ময় ইস্রায়েলর সন্তানবিলাকর মাজত পবিত্রীকৃত হম। ৩৩ তোমালোকর ঈশ্বর হবর নিমিত্তে মিচর দেশর পরা তোমালোকক উলিয়াই অনা তোমালোকক পবিত্র কৰোঁতা যিহোৱা ময়, ময় যিহোৱা।

পর্ব্বর আরু প্রায়শ্চিত্ত-দিনর বিষয়।

২৩ তার পাছে যিহোৱাই মোচিক কলে, ২ তুমি ইস্রায়েলর সন্তানবিলাকক কোৱা, সিবিলাকক এই কথা কোৱা, তোমালোকে যিহোৱার যি সকলো পর্ব্ব পবিত্র সভা বুলি ঘোষণা করিবা, মোর সেইবোর পর্ব্ব এই। ৩ ছদিন কাম করা যাব; কিন্তু সপ্তম দিন সম্পূর্ণ বিশ্রামর বিশ্রাম-দিন; সেই দিনা পবিত্র সভা হব; সেই দিনা তোমালোকে কোনো প্রকার কাম নকরিবা; সেয়ে তোমালোক থকা সকলো ঠাইতে যিহোৱার উদ্দেশে বিশ্রাম-দিন হব।

৪ যিহোৱার যিবোর পর্ব্ব, যিবোর পবিত্র সভা তোমালোকে আপোন আপোন নিরূপিত সময়ত ঘোষণা করিবা, সেইবোর এই। ৫ প্রথম মাহর চতুর্দ্দশ দিনর সন্ধ্যা সময়ত যিহোৱার উদ্দেশে নিস্তার-পর্ব্ব হব। ৬ আরু সেই মাহর পঞ্চদশ দিনা যিহোৱার উদ্দেশে খমীর নিদিয়া

পিঠার উৎসৱ হব; তোমালোকে সাত দিন খমীর নিদিয়া পিঠা ভোজন করিবা। [৭] প্ৰথম দিনা তোমালোকর পবিত্র সভা হব; সেই দিনা তোমালোকে কোনো ব্যৱসায়র কৰ্ম্ম নকরিবা। [৮] কিন্তু সাত দিন যিহোৱার উদ্দেশে অগ্নিকৃত উপহার উৎসর্গ করিবা; সপ্তম দিনা পবিত্র সভা হব; সেই দিনা তোমালোকে কোনো ব্যৱসায়র কৰ্ম্ম নকরিবা।

[৯] পাছে যিহোৱাই মোচিক কলে, [১০] তুমি ইস্রায়েলর সন্তানবিলাকক কোৱা,ময় তোমালোকক যি দেশ দিম, সেই দেশত সোমালে তোমালোকে যেতিয়া তাত শস্য দাবা, তেতিয়া, তোমালোকে দোৱা শস্যর আগ ভাগ বুলি এডাঙরি পুরোহিতর গুরিলৈ আনিবা; [১১] তোমালোক গ্রাহ্য হবর নিমিত্তে, তেওঁ যিহোৱার আগত সেই ডাঙরি দোলাব: বিশ্রাম-বারর পাছদিনা পুরোহিতে তাক দোলাব। [১২] আরু যি দিনা তোমালোকে সেই ডাঙরি দোলোৱাবা, সেই দিনা যিহোৱার উদ্দেশে হোমর অর্থে এটা এবছরীয়া নির্দ্দোষী মটা মের পোৱালি উৎসর্গ করিবা। [১৩] তার ভক্ষ্য নৈবেদ্য ঐফার দহ ভাগর দুভাগ তেল মিহলোৱা মিহি আটাগুড়ি; সেয়ে যিহোৱার উদ্দেশে সুঘ্রাণর অর্থে অগ্নিকৃত উপহার হব; আরু তার পেয় নৈবেদ্য এক হীন দ্রাক্ষারসর চারি ভাগর এভাগ হব। [১৪] আরু তোমালোকে আপোন ঈশ্বরর উদ্দেশে এই উপহার ননা দিনলৈকে, পিঠা, বা ভজা শস্য, বা ছিঙা নতুন চেঁই ভোজন নকরিবা; তোমালোকে থকা আটাই ঠাইতে এয়ে পুরুষানুক্রমে পালন করিব লগীয়া সদাকালর বিধি।

[১৫] সেই বিশ্রাম-বারর পাছদিনার পরা, দোলনীয় নৈবেদ্যস্বরূপে ডাঙরি অনা দিনার পরা তোমালোকে পূরা সাত বিশ্রাম-বার লেখ করিবা। [১৬] এইরূপে সপ্তম বিশ্রাম-বারর পাছদিনালৈকে তোমালোকে পঞ্চাশ দিন লেখ করি, যিহোৱার উদ্দেশে নতুন ভক্ষ্য নৈবেদ্য উৎসর্গ করিবা। [১৭] তোমালোকে থকা ঠাইর পরা দোলনীয় নৈবেদ্যর অর্থে ঐফার দহ ভাগর দুভাগর দুটা পিঠা আনিবা; সেইবোর মিহি আটাগুড়িরে যুগুত করা আরু খমীর দি তন্দুরত তাও দিয়া হব লাগে; সেইবোর যিহোৱার উদ্দেশে প্ৰথমে পকা শস্যর আগ ভাগ হব। [১৮] আরু তোমালোকে সেই দুটা পিঠার লগত সাতোটা এবছরীয়া নির্দ্দোষী মের পোৱালি, আরু এটা দমরা গরু, আরু দুটা মটা মের উৎসর্গ করিবা; সেইবোরর আপোন আপোন ভক্ষ্য নৈবেদ্য আরু পেয় নৈবেদ্যরে সৈতে সেইবোর যিহোৱার উদ্দেশে হোম-বলি, যিহোৱার উদ্দেশে সুঘ্রাণ দিয়া অগ্নিকৃত উপহার হব। [১৯] আরু তোমালোকে পাপার্থক বলির নিমিত্তে এটা মটা ছাগ, আরু মঙ্গলার্থক বলির নিমিত্তে দুটা এবছরীয়া মটা মের পোৱালি উৎসর্গ করিবা। [২০] আরু পুরোহিতে সেই প্ৰথমে পকা শস্যর পিঠারে সৈতে, যিহোৱার আগত দোলনীয় নৈবেদ্যস্বরূপে সেইবোর দোলাব; মের পোৱালি দুটারে সৈতে সেইবোর পুরোহিতর নিমিত্তে যিহোৱার উদ্দেশে পবিত্র হব। [২১] আরু সেই দিনাই তোমালোকে ঘোষণা করিবা; তোমালোকর পবিত্র সভা হব; তোমালোকে কোনো ব্যৱসায়র কৰ্ম্ম নকরিবা; এয়ে তোমালোকে থকা সকলো ঠাইতে পুরুষানুক্রমে পালন করিব লগীয়া সদাকালর বিধি।

[২২] আরু তোমালোকে আপোন আপোন ভূমিত উৎপন্ন হোৱা শস্য দাবর কালত, ক্ষেতির চুকত থকা শস্য শেষ নথকাকৈ নেদাবা, আরু তোমার ক্ষেতির এরি যোৱা শস্য নুবুটলিবা; তুমি দুঃখীয়া আরু বিদেশীর নিমিত্তে তাক এরি যাবা; ময় তোমালোকর ঈশ্বর যিহোৱা।

[২৩] পাছে যিহোৱাই মোচিক কলে, [২৪] তুমি ইস্রায়েলর সন্তানবিলাকক কোৱা, সপ্তম মাহর প্ৰথম দিনা তোমালোকর সম্পূর্ণ বিশ্রামর বিশ্রাম-দিন, শিঙা বজাই সোঁৱরণ করোৱা দিন, আরু পবিত্র সভা হব। [২৫] সেই দিনা তোমালোকে কোনো ব্যৱসায়র কৰ্ম্ম নকরিবা, আরু তোমালোকে যিহোৱার উদ্দেশে অগ্নিকৃত উপহার উৎসর্গ করিবা।

[২৬] আরু যিহোৱাই মোচিক কলে, [২৭] সেই সপ্তম মাহর দশম দিন অৱশ্যে প্রায়শ্চিত্তর দিন হব; সেই দিনা তোমালোকর পবিত্র সভা হব, আরু তোমালোকে আপোন আপোন প্রাণক দুঃখ দিবা, আরু যিহোৱার উদ্দেশে অগ্নিকৃত উপহার উৎসর্গ করিবা। [২৮] আরু সেই দিনা তোমালোকে কোনো প্রকার কাম নকরিবা;

কিয়নো তোমালোকর ঈশ্বর যিহোবার আগত তোমালোকক প্রায়শ্চিত্ত করিবলৈ সেয়ে প্রায়শ্চিত্তর দিন হব। [২৯] কিয়নো যি কোনোৱে সেই দিনা আপোন প্রাণক দুঃখ নিদিব, তাক আপোন লোকবিলাকর মাজর পরা উচ্ছন্ন করা হব। [৩০] আরু যি কোনো লোকে সেই দিনা কোনো প্রকার কাম করিব, মই তাক তার লোকবিলাকর মাজর পরা বিনষ্ট করিম। [৩১] তোমালোকে কোনো প্রকার কাম নকরিবা; এয়ে তোমালোকর আটাই নিবাসর ঠাইত পুরুষানুক্রমে পালন করিব লগীয়া চিরস্থায়ী বিধি। [৩২] সেই দিন তোমালোকর সম্পূর্ণ বিশ্রামর বিশ্রাম-দিন হব; তোমালোকে আপোন আপোন প্রাণক দুঃখ দিবা; সেই মাহর নৱম দিনা সন্ধ্যা কালত, এক সন্ধ্যার পরা আন সন্ধ্যালৈকে তোমালোকে আপোনাবিলাকর সেই বিশ্রাম-দিন পালন করিবা।

[৩৩] আরু যিহোবাই মোচিক কলে, [৩৪] তুমি ইস্রায়েলর সন্তানবিলাকক কোৱা, সেই সপ্তম মাহর পঞ্চদশ দিনার পরা সাত দিনলৈকে যিহোবার উদ্দেশে পজা-পর্ব্ব হব। [৩৫] প্রথম দিনা পবিত্র সভা হব; সেই দিনা তোমালোকে কোনো ব্যবসায়র কর্ম্ম নকরিবা। [৩৬] সাত দিনলৈকে যিহোবার উদ্দেশে অগ্নিকৃত উপহার উৎসর্গ করিবা; অষ্টম দিনা তোমালোকর পবিত্র সভা হব, আরু তোমালোকে যিহোবার উদ্দেশে অগ্নিকৃত উপহার উৎসর্গ করিবা; সেয়ে ধর্ম্ম-সভা; সেই দিনা তোমালোকে কোনো ব্যবসায়র কর্ম্ম নকরিবা।

[৩৭] যিহোবার বিশ্রাম-বারবোরর বাহিরে, আরু তোমালোকে যিহোবার উদ্দেশে যি যি দান দিয়া, প্রতিজ্ঞা সিদ্ধ করিবর অর্থে, আরু ইচ্ছামতে এনেই দিবর অর্থে যিহোবার উদ্দেশে তোমালোকে যি যি উপহার দিয়া, সেইবোরর বাহিরে, [৩৮] অগ্নিকৃত উপহার, অর্থাৎ হোমবলি, ভক্ষ্য নৈবেদ্য, মঙ্গলার্থক বলি, আরু পেয় নৈবেদ্য আপোন আপোন দিনত উৎসর্গ করিবলৈ, তোমালোকে পবিত্র সভা বুলি ঘোষণা করিব লগীয়া যিহোবার পর্ব্ব এইবোর।

[৩৯] তুমিত উৎপন্ন হোৱা শস্য চপোৱার পাছে, সপ্তম মাহর পঞ্চদশ দিনার পরা সাত দিন তোমালোকে অৱশ্যে যিহোবার উদ্দেশে উৎসৱ পালন করিবা; প্রথম দিন সম্পূর্ণ বিশ্রামর বিশ্রাম-দিন, আরু অষ্টম দিনাও সম্পূর্ণ বিশ্রামর বিশ্রাম-দিন হব। [৪০] আরু প্রথম দিনা তোমালোকে সুবনী গছর গুটি, খাজুর গছর পাত, ঘনপতীয়া গছর ডাল, আরু জুরীর পারত থকা বাইচী গছ লৈ, তোমালোকর ঈশ্বর যিহোবার আগত সাত দিন আনন্দ করিবা। [৪১] আরু তোমালোকে বছরে বছরে সাত দিন যিহোবার উদ্দেশে সেই উৎসৱ পালন করিবা; এয়ে তোমালোকর পুরুষানুক্রমে পালন করিব লগীয়া চিরস্থায়ী বিধি; সপ্তম মাহত তোমালোকে সেই উৎসৱ পালন করিবা। [৪২] মই ইস্রায়েলর সন্তানবিলাকক মিচর দেশর পরা উলিয়াই অনা সময়ত যে পজাত বাস করাইছিলোঁ, তাক তোমালোকর ভাবি-বংশই জানিবর নিমিত্তে, [৪৩] তোমালোকে সাত দিন পজাত বাস করিবা, ইস্রায়েল-বংশত ওপজা সকলোৱে পজাত বাস করিব; মই তোমালোকর ঈশ্বর যিহোবা। [৪৪] তেতিয়া মোচিয়ে ইস্রায়েলর সন্তানবিলাকক যিহোবার সকলো পর্ব্বর কথা জনালে।

প্রদীপ, দর্শন-পিঠা, ঈশ্বরর নাম নিন্দা করা আদি বিষয়র বিধি।

**২৪** পাছে যিহোবাই মোচিক কলে, [২] সদায় প্রদীপ জ্বলাই পোহর করিবর নিমিত্তে, খুন্দি উলিওৱা জিতবৃক্ষর গুটির নির্ম্মল তেল তোমার ওচরলৈ আনিবলৈ, তুমি ইস্রায়েলর সন্তানবিলাকক আজ্ঞা করা। [৩] সাক্ষাৎ করা তাম্বুর ভিতরত সাক্ষ্য-ফলির চন্দুকর আগত থকা প্রভেদক বস্ত্রর বাহিরে, হারোণে যিহোবার আগত গধূলি আরু রাতিপুৱা নিত্যে নিত্যে তাক যুগুত করি থব; এয়ে তোমালোকে পুরুষানুক্রমে পালন করিব লগীয়া চিরস্থায়ী বিধি। [৪] তেওঁ শুদ্ধ সোণর দীপাধারর ওপরত যিহোবার সম্মুখত, নিত্যে নিত্যে সেই প্রদীপবোর যুগুত করি থব।

[৫] আরু তুমি মিহি আটাগুড়ি লৈ, বারটা পিঠা তন্দুরত তাও দিবা; প্রত্যেক পিঠাত ঐফার দহ ভাগর দুভাগ আটাগুড়ি হব। [৬] পাছে তুমি শারীত ছটাকৈ দুশারী করি, যিহোবার আগত শুদ্ধ সোণর মেজখনর ওপরত সেইবোর রাখিবা। [৭] আরু প্রত্যেক শারীর ওপরত নির্ম্মল কুন্দুরু

দিবা; তাতে সেই পিঠার ওপরত সেয়ে সোঁৱৰণৰ অৰ্থে হব, সেয়ে যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ হব। [৮] আৰু পুৰোহিতে প্ৰত্যেক বিশ্ৰাম-বাৰে যিহোৱাৰ আগত সেই পিঠা নিত্যে নিত্যে সজাই থব; এটা চিৰস্থায়ী নিয়মৰ চিনস্বৰূপে তাক ইস্ৰায়েলৰ সন্তানবিলাকৰ পক্ষে দিয়া যায়। [৯] আৰু সেয়ে হাৰোণৰ আৰু তেওঁৰ পুত্ৰবিলাকৰ হব, সিবিলাকে কোনো পবিত্ৰ ঠাইত তাক ভোজন কৰিব; কিয়নো যিহোৱাৰ উদ্দেশে দিয়া অগ্নিকৃত উপহাৰবোৰৰ মাজত সেয়ে তেওঁৰ অৰ্থে অতি পবিত্ৰ; সেয়ে তেওঁৰ চিৰস্থায়ী অধিকাৰ।

[১০] পাছে মাক ইস্ৰায়েলীয়া, কিন্তু বাপেক মিচৰীয়া, এনে এজন মানুহ ওলাই ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজলৈ গল; তাতে ছাউনিৰ মাজত সেই ইস্ৰায়েলীয়া তিৰুতাৰ পুতেকে সৈতে এটা ইস্ৰায়েলীয়া মানুহৰ দ্বন্দ্ব লাগিল। [১১] তেতিয়া সেই ইস্ৰায়েলীয়া তিৰুতাৰ লৰাই যিহোৱাৰ নামৰ নিন্দা কৰি শাও দিয়াত, লোক-বিলাকে তাক মোচিৰ ওচৰলৈ নিলে। তাৰ মাকৰ নাম চলোমীথ; তাই দান ফৈদীয়া, দিব্ৰীৰ জীয়েক। [১২] পাছে লোকবিলাকে তাক বন্ধ কৰি ৰাখি, যিহোৱাৰ মুখৰ পৰা ঠিক আদেশ পাবলৈ বাট চাই থাকিল।

[১৩] তাতে যিহোৱাই মোচিক কলে, [১৪] তুমি সেই শাও দিয়াটোক ছাউনিৰ বাহিৰলৈ লৈ যোৱা; পাছে যিবিলাকে শুনিলে, সেই সকলো-বিলাকে তাৰ মূৰত হাত দিওক, আৰু গোটেই মণ্ডলীয়ে শিল দলিয়াই তাক বধ কৰোক। [১৫] আৰু তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, যি কোনোৱে আপোনাৰ ঈশ্বৰক শাও দিব, সি আপোনাৰ পাপৰ ফল ভোগ কৰিব। [১৬] আৰু যি জনে যিহোৱাৰ নামৰ নিন্দা কৰিব, সেই জনৰ অৱশ্যে প্ৰাণদণ্ড হব; গোটেই মণ্ডলীয়ে শিল দলিয়াই তাক অৱশ্যে বধ কৰিব; যেতিয়া কোনোৱে সেই নামৰ নিন্দা কৰিব, তেতিয়া বিদেশী হওক বা স্বদেশীয়েই হওক, তাৰ প্ৰাণদণ্ড হব। [১৭] আৰু যি কোনোৱে মানুহক মৰাকৈ মাৰিব, তাৰ প্ৰাণদণ্ড অৱশ্যে হব। [১৮] আৰু যি কোনোৱে পশুক মৰাকৈ মাৰিব, সি তাৰ সলনি দিব; প্ৰাণীৰ সলনি প্ৰাণী। [১৯] আৰু যদি কোনো-ৱে কোনো লোকৰ গা ঘূণীয়া কৰে, তেন্তে সি যেনে কৰিলে, তালৈকো তেনে কৰা যাব; [২০] অঙ্গ ভঙ্গাৰ সলনি অঙ্গ ভঙ্গা, চকুৰ সলনি চকু, দাঁতৰ সলনি দাঁত, মানুহৰ যাক যেনেকৈ ঘূণীয়া কৰে, তাক তেনেকৈ কৰা যাব। [২১] যি জনে পশু বধ কৰিব, সি তাৰ সলনি দিব; কিন্তু যি জনে মানুহ বধ কৰিব, তাৰ প্ৰাণদণ্ড হব। [২২] তোমালোকৰ স্বদেশীয় আৰু বিদেশীয় উভয়ৰ নিমিত্তে একে ৰূপ বিধি হব; কিয়নোময় তোমালোকৰ ঈশ্বৰ যিহোৱা। [২৩] পাছে মোচিয়ে ইস্ৰায়েলৰ সন্তান-বিলাকলৈ এই আজ্ঞা প্ৰকাশ কৰিলত, সিবিলাকে সেই শাও দিয়াটোক ছাউনিৰ বাহিৰলৈ নি, শিল দলিয়াই বধ কৰিলে। যিহোৱাই মোচিক আজ্ঞা কৰাৰ দৰেই, ইস্ৰায়েলৰ সন্তানবিলাকে কাৰ্য্য কৰিলে।

বিশ্ৰাম-বছৰ আৰু যোবেল বছৰৰ বিষয়।

**২৫** পাছে যিহোৱাই চীনয় পৰ্ব্বতত মোচিক কলে, [২] তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, ময় তোমালোকক যি দেশ দিম, তোমালোকে সেই দেশত সোমালে, যিহোৱাৰ উদ্দেশে ভূমিয়ে বিশ্ৰাম ভোগ কৰিব; [৩] তুমি ছবছৰ আপোন পথাৰত গুটি ববা, আৰু ছবছৰ আপোন বাৰীৰ দ্ৰাক্ষালতা কলম দিবা, আৰু তাৰ গুটি চপাবা। [৪] কিন্তু সপ্তম বছৰ ভূমিৰ সম্পূৰ্ণ বিশ্ৰামৰ বিশ্ৰাম-কাল হব, যিহোৱাৰ উদ্দেশে বিশ্ৰাম-কাল হব; সেই বছৰত তুমি আপোন পথাৰত গুটি নববা, আৰু দ্ৰাক্ষালতা কলম নিদিবা। [৫] তুমি আপোন পথাৰত আপুনি হোৱা শস্য নেদাবা; আৰু কলম নিদিয়া দ্ৰাক্ষালতাৰ গুটি নচপাবা; সেয়ে ভূমিৰ সম্পূৰ্ণ বিশ্ৰামৰ বছৰ হব। [৬] তাতে, বিশ্ৰাম-বছৰত হোৱা ভূমিৰ শস্য তোমালোকলৈ আহাৰ হব; অৰ্থাৎ তোমাৰ পথাৰত উৎপন্ন হোৱা সকলো শস্য তোমাৰ, আৰু তোমাৰ বন্দীৰ, বেটীৰ, তোমাৰ লগত থকা বেচ-খোৱা চাকৰ ও বিদেশীৰ, [৭] আৰু তোমাৰ পশুৰ, আৰু দেশত থকা বনৰীয়া পশুৰ আহাৰৰ অৰ্থে হব।

[৮] তুমি আপোনাৰ নিমিত্তে সাত বিশ্ৰাম-বছৰ, সাত গুণ সাত বছৰ লেখ কৰিবা; তাতে সাত বিশ্ৰাম-বছৰৰ কাল উনপঞ্চাশ বছৰ হব। [৯] তেতিয়া সপ্তম মাহৰ দশম দিনা দেশৰ সকলো ফালে বৰ মাতৰ শিঙা বজাবা; প্ৰায়শ্চিত্তৰ

দিনা তোমালোকর দেশর সকলো ফালে শিঙ্গা বজাবা। ১০ তোমালোকে পঞ্চাশ বছরর বছর পবিত্র বুলি মানিবা, আরু গোটেই দেশত তার সকলো নিবাসীবিলাকলৈ মুক্তি ঘোষণা করিবা; সেয়ে তোমালোকর নিমিত্তে যোবেল [ অর্থাৎ শিঙ্গা বজোবা বছর ] হব; আরু তোমালোক প্রতিজন আপোন আপোন আধিপত্যলৈ উলটি যাবা, আরু তোমালোক প্রতিজন আপোন আপোন গোষ্ঠীর ওচরলৈ উভটি যাবা। ১১ সেই পঞ্চাশ বছরর বছর তোমালোকর নিমিত্তে যোবেল বছর হব; সেই বছরত তোমালোকে গুটি নববা, আপুনি হোবা শস্যও নেদাবা, আরু কলম নিদিয়া দ্রাক্ষালতার গুটিও নচপাবা। ১২ কিয়নো সেয়ে যোবেল বছর; সেয়ে তোমালোকলৈ পবিত্র হব; তোমালোকে সেই বছরত আপুনি উৎপন্ন হোবা শস্য পথারর পরা আনি-য়েই খাবা। ১৩ সেই যোবেল বছরত তোমালোক প্রতিজন আপোন আপোন আধিপত্যলৈ উলটি যাবা। ১৪ যদি তুমি লোকক কোনো মাটি বেচা, বা লোকর পরা কিনা, তেতিয়া তোমালোকে ইজনে সিজনক অন্যায় নকরিবা। ১৫ তুমি যোবেলর পাছত হোবা বছরর লেখ অনুসারে লোকর পরা মাটি কিনিবা, আরু শস্য উৎপন্ন হোবা বছরর সংখ্যা অনুসারে সি তোমাক বেচিব। ১৬ যোবেললৈ বেচী বছর থাকিলে বেচী দাম করিবা, আরু কম বছর থাকিলে কম দাম করিবা; কিয়নো, সি শস্য উৎপন্ন হোবা বছরর সংখ্যা অনুসারে তোমাক মাটি বেচে। ১৭ আরু তোমালোকে ইজনে সিজনক অন্যায় নকরিবা, কিন্তু আপোন ঈশ্বরক ভয় করিবা; কিয়নো ময় তোমালোকর ঈশ্বর যিহোবা। ১৮ এই কারণে তোমালোকে মোর বিধি অনুসারে আচরণ করিবা, আরু মোর শাসন-প্রণালী পালন করি, সেই অনুসারে কার্য্য করিবা; তাতে তোমালোকে দেশত নির্ভয়ে বাস করিবা। ১৯ আরু ভূমিয়ে নিজ শস্য উৎপন্ন করিব; তাতে তোমালোকে হেঁপাহ পলোবাকৈ খাবলৈ পাবা, আরু দেশত নির্ভয়ে থাকিবা। ২০ আরু দেখা, পথারত নবলে, আরু তাত উৎপন্ন হোবা গুটি নচপালে, আমি সপ্তম বছরত কি খাম? এনে কথা যদি তোমা-লোকে কোবা, ২১ তেনে হলে, ময় ষষ্ঠ বছরত তোমালোকর ওপরত আশীর্ব্বাদ পড়িবলৈ আদেশ করিম; তাতে ভূমিয়ে সেই বছরত তিনি বছ-রলৈ জোরাকৈ শস্য উৎপন্ন করিব। ২২ পাছে অষ্টম বছরত তোমালোকে গুটি ববা, কিন্তু তেতিয়াও পুরণী শস্য খাবা; নবম বছরর শস্য নহয়মানে তোমালোকে পুরণী শস্য খাই থাকিবা। ২৩ আরু মাটি চিরকালর নিমিত্তে বেচা নহব; কিয়নো মাটি মোরেই, আরু তোমালোক মোর লগত অতিথি আরু প্রবাসী আছা। ২৪ আরু তোমালোকর আধিপত্যর সকলো দেশত মাটি মোকোলাবলৈ ক্ষমতা দিবা।

২৫ তোমার ভাই যদি দুঃখীয়া হৈ তার আধি-পত্যর মাটির কিছু বেচে, তেন্তে তাক মোকলাব পরা ওচর-সম্বন্ধীয়াই আহি, আপোন ভায়েকে বেচা মাটি মোকলাই দিব। ২৬ আরু যার মুকলি করোঁতা গরাকী নাই, কিন্তু সি চহকী হোবাত, তার যদি আপুনি মুকলি করিব পরা সমর্থ হয়, ২৭ তেন্তে সি তাক বেচা বছর লেখ করি, বাকী থকা ধন বেচা জনক ওলোটাই দিব; তেতিয়া সি পুনরায় তার নিজর আধিপত্য পাব। ২৮ কিন্তু যদি সি তাক ওলোটাই লবলৈ অসমর্থ হয়, তেন্তে সেই বেচা মাটি যোবেল বছরলৈকে কিনা জনর হাতত থাকিব; পাছে যোবেল বছরত সেয়ে মুকলি হব, তেতিয়া তার আধিপত্য সি পুনরায় পাব।

২৯ আরু যদি গড়েরে আবৃত থকা নগরর ভিতরত বাস করা ঘর কোনোৱে বেচে, তেন্তে সি বেচার পাছত সম্পূর্ণ এবছরর ভিতরত তাক মুকলি করিব পারিব; গোটেই বছরর ভিতরত তাক মুকলি করিবলৈ তার ক্ষমতা থাকিব। ৩০ কিন্তু যদি পূরা এবছরর ভিতরত তাক মুকলি করা নহয়, তেন্তে গড়েরে আবৃত থকা নগরর সেই ঘর পুরুষানুক্রমে চিরকাললৈ কিনা জনর অধিকার হব; সেয়ে যোবেল বছরতো মুকলি নহব। ৩১ কিন্তু গড়েরে আবৃত নোহোবা গাঁৱত থকা যিবোর ঘর, সেইবোর নগরর বাহিরর মাটির লগত লেখ করা হব; সেইবোরক মোকলাব পারে, আরু যোবেল বছরত সেইবোর মুকলি হৈ যাব। ৩২ তথাপি লেবীয়াবিলাকর আধিপত্য থকা নগরর ঘরবোর লেবীয়াবিলাকে যেতিয়াই তেতি-য়াই মুকলি করিব পারিব। ৩৩ যদি লেবীয়া-বিলাকর মাজর কোনেও তাক মুকলি নকরে,

তেন্তে লেবীয়াবিলাকৰ আধিপত্যত থকা সেই বেচা ঘৰ যোবেল বছৰত মুকলি হৈ যাব; কিয়নো লেবীয়াবিলাকৰ নগৰৰ ঘৰবোৰ ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত থকা সিবিলাকৰ আধিপত্য। ৩৪ কিন্তু সিবিলাকৰ নগৰৰ চৰণী পথাৰ বেচা নহব; কিয়নো সেয়ে সিবিলাকৰ চিৰকলীয়া আধিপত্য।

৩৫ আৰু তোমাৰ ভাই যদি দুঃখীয়া হয়, আৰু তোমাৰ আগত কঙ্গাল হৈ পৰে, তেন্তে তাক তুমি সহায় কৰিবা; সি বিদেশী আৰু প্ৰবাসীৰ নিচিনাকৈ তোমাৰ লগত জীৱনধাৰণ কৰিব। ৩৬ তোমাৰ ভাই তোমাৰ লগত জীৱনধাৰণ কৰিবলৈ, তুমি তাৰ পৰা সুদ বা বাঢ়ি নলবা, কিন্তু আপোন ঈশ্বৰক ভয় কৰিবা। ৩৭ তুমি সুদলৈ তাক ধন নিদিবা, বা বাঢ়িলৈ তাক অন্ন নিদিবা। ৩৮ যি জনাই তোমালোকক কনান দেশ দিবৰ নিমিত্তে, তোমালোকৰ ঈশ্বৰ হবলৈ তোমালোকক মিচৰ দেশৰ পৰা উলিয়াই আনিলে, তোমালোকৰ সেই ঈশ্বৰ যিহোৱা ময়।

৩৯ আৰু তোমাৰ ভাই যদি তোমাৰ গুৰিত দুঃখীয়া হৈ, আপোনাকে আপুনি তোমাৰ গুৰিত বেচে, তেন্তে তুমি তাক বন্দীৰ নিচিনাকৈ কাম নকৰাবা। ৪০ সি বেচ-খোৱা চাকৰ আৰু প্ৰবাসীৰ নিচিনাকৈ তোমাৰ লগত থাকি, যোবেল বছৰলৈকে তোমাক খাটি দিব। ৪১ পাছে সি আপোন সন্তানবিলাকে সৈতে মুকলি হৈ আপোন গোষ্ঠীৰ ওচৰলৈ উলটি যাব, আৰু আপোন পৈতৃক আধিপত্যলৈ উভটি যাব। ৪২ কিয়নো সিবিলাক, ময় মিচৰ দেশৰ পৰা উলিয়াই অনা মোৰ দাস; সিবিলাকক বন্দীস্বৰূপে বেচা নহব। ৪৩ তুমি তালৈ কঠিন ব্যৱহাৰ নকৰিবা, কিন্তু আপোন ঈশ্বৰক ভয় কৰিবা। ৪৪ তোমাক বন্দী আৰু বেটী লাগিলে, তোমালোকৰ চাৰিওফালে থকা জাতিবিলাকৰ মাজৰ পৰা সিহঁতক কিনি লবা। ৪৫ আৰু তোমালোকৰ মাজত প্ৰবাস কৰা আন জাতিৰ সন্তানবিলাকৰ, আৰু তোমালোকৰ দেশত সিহঁতৰ পৰা জন্মা সিহঁতৰ যি যি গোষ্ঠী তোমালোকৰ লগত বাস কৰিছে, সিহঁতৰ পৰাও কিনিবা; সিহঁতৰ ওপৰত তোমালোকৰ অধিকাৰ থাকিব। ৪৬ আৰু তোমালোকে আপোন আপোন ভাবি-সন্তানবিলাকৰ আধিপত্যৰ নিমিত্তে দিব লগা ভাগস্বৰূপে সিহঁতক দিব পাৰিবা, আৰু চিৰকাললৈকে সিহঁতক বন্দী-কাম কৰাব পাৰিবা; কিন্তু আপোন ভাই ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত হলে, তোমালোক কোনেও কাৰো ওপৰত কঠিন ব্যৱহাৰ নকৰিবা।

৪৭ আৰু যদি তোমালোকৰ মাজত কোনো প্ৰবাসী বা বিদেশী লোক ধনী হয়, আৰু তাৰ ওচৰত থকা তোমাৰ ভাই দৰিদ্ৰ হৈ, সেই প্ৰবাসীৰ বা বিদেশীৰ গুৰিত, বা বিদেশীৰ গোষ্ঠীত জন্মা লোকৰ গুৰিত নিজকে বেচে, ৪৮ তেন্তে, বেচাৰ পাছে তাক মোকলাব পাৰে; তাৰ ভায়েকবিলাকৰ মাজৰ কোনোৱে তাক মোকলাব পাৰে; ৪৯ বা তাৰ দদায়েক কি মোমায়েক, বা দদায়েকৰ পুতেক কি মোমায়েকৰ পুতেকে তাক মুকলি কৰিব পাৰে; বা তাৰ গোষ্ঠীৰ মাজৰ তাৰ ওচৰ-সম্বন্ধীয়াই তাক মুকলি কৰিব পাৰে; নাইবা যদি সি ধনী হয়, তেন্তে সি আপুনি আপোনাকে মুকলি কৰিব পাৰে। ৫০ তাতে, তাক বেচা বছৰৰে পৰা যোবেল বছৰলৈকে, কিনা জনে সৈতে হিচাব কৰি, বছৰৰ সংখ্যা অনুসাৰে মুক্তিৰ ধন দিব; বেচ-খোৱা চাকৰৰ নিৰিখেৰে, সি কিনা জনৰ লগত থাকিব। ৫১ যদি অনেক বছৰ বাকী থাকে, তেন্তে সেই বছৰৰ সংখ্যা অনুসাৰে, যিমান ধন দি তাক কিনি লৈছিল, সি সেই ধনৰ পৰা আপোনাকে মুকলি কৰা ধন ওলোটাই দিব। ৫২ আৰু যদি যোবেল বছৰলৈকে অলপ বছৰহে বাকী থাকে, তেন্তে সি কিনা জনে সৈতে হিচাব কৰি, আপোনাৰ খাটিব লগা বছৰৰ সংখ্যা অনুসাৰে, আপোনাকে মুকলি কৰা ধন ওলোটাই দিব। ৫৩ বছৰে বছৰে বেচ খোৱা চাকৰৰ দৰে, সি তাৰে সৈতে থাকিব; তোমাৰ সাক্ষাতে সি তাৰ ওপৰত কঠিন ব্যৱহাৰ নকৰিব। ৫৪ আৰু যদি সি এইবোৰ উপায়েৰে মুক্ত হব নোৱাৰে, তেন্তে আপোন সন্তানবিলাকে সৈতে যোবেল বছৰত মুকলি হৈ যাব। ৫৫ কিয়নো ইস্ৰায়েলৰ সন্তানবিলাক মোৰেই দাস, সিবিলাক মিচৰ দেশৰ পৰা ময় উলিয়াই অনা মোৰ দাস; ময় তোমালোকৰ ঈশ্বৰ যিহোৱা।

### ঈশ্বৰীয় প্ৰতিজ্ঞা আৰু শাও।

২৬ তোমালোকে আপোনাবিলাকৰ নিমিত্তে

প্ৰতিমা নেসাজিবা, আৰু কটা-মূৰ্ত্তি বা স্তম্ভ স্থাপন নকৰিবা, আৰু পড়ি সেৱা কৰিবৰ নিমিত্তে, তোমালোকৰ দেশত নকচা কটা কোনো শিল স্থাপন নকৰিবা; কিয়নো মই তোমালোকৰ ঈশ্বৰ যিহোৱা। ২ তোমালোকে মোৰ বিশ্ৰাম-বাৰ পালন কৰিবা, আৰু মোৰ ধৰ্ম্মধামলৈ ভয় ৰাখিবা; মই যিহোৱা।

৩ যদি তোমালোকে মোৰ বিধিমতে চলা, আৰু মোৰ আজ্ঞা পালন কৰি সেই অনুসাৰে কাৰ্য্য কৰা, ৪ তেন্তে মই উচিত সময়ত তোমালোকলৈ বৰষুণ বৰষাম; তাতে ভূমিয়ে আপোনাৰ শস্য উৎপন্ন কৰিব, আৰু বাৰীৰ গছবোৰত গুটি লাগিব। ৫ তোমালোকৰ শস্য মৰা কাল দ্ৰাক্ষা-গুটি ছিঙা কাললৈকে, আৰু দ্ৰাক্ষাগুটি ছিঙা কাল শস্য বোৱা কাললৈকে থাকিব; আৰু তোমালোকে হেঁপাহ পলোৱাকৈ আপোনাবিলাকৰ আহাৰ ভোজন কৰিবা, আৰু নিৰ্ভয়ে আপোনাবিলাকৰ দেশত বাস কৰিবা। ৬ আৰু মই দেশত শান্তি দান কৰিম; তাতে তোমালোকক কোনেও ভয় নুখুউৱাকৈ তোমালোকে শুবলৈ পাবা; মই তোমালোকৰ দেশৰ পৰা হিংসক জন্তুবোৰ নাইকিয়া কৰিম, আৰু তোমালোকৰ দেশৰ মাজেদি তৰোৱাল নচলিব। ৭ আৰু তোমালোকে আপোনাবিলাকৰ শত্ৰু-বোৰক খেদি দিবা, আৰু তোমালোকৰ আগতে সিহঁত তৰোৱালৰ দ্বাৰায় পতিত হব। ৮ আৰু তোমালোকৰ পাঁচ জনে এশ জনক আৰু তোমালোকৰ এশ জনে দহ হাজাৰ লোকক খেদি দিব, আৰু তোমালোকৰ শত্ৰুবোৰ তোমালোকৰ আগতে তৰোৱালৰ দ্বাৰায় পতিত হব। ৯ মই তোমালোকলৈ দৃষ্টি কৰি তোমালোকক বহুবংশ কৰিম, আৰু অতিশয়ৰূপে বৃদ্ধি কৰিম; আৰু মই তোমালোকৰ লগত কৰা মোৰ নিয়মটী সিদ্ধ কৰিম। ১০ আৰু তোমালোকে বহু দিনৰ পৰা সাঁচি থোৱা পুৰণি শস্য ভোজন কৰিবা, আৰু নতুন শস্য থবলৈ পুৰণি উলিয়াবা। ১১ মই তোমালোকৰ মাজত মোৰ আবাস স্থাপন কৰিম, আৰু মোৰ মনে তোমালোকক ঘিণ নকৰিব। ১২ আৰু মই তোমালোকৰ মাজত অহাযোৱা কৰিম, তোমালোকৰ ঈশ্বৰ হম, আৰু তোমালোক মোৰ প্ৰজা হবা। ১৩ মিচৰীয়াহঁতৰ বন্দী নহবৰ নিমিত্তে যি জনাই মিচৰ দেশৰ পৰা তোমালোকক উলিয়াই আনিলে, তোমালোকৰ সেই ঈশ্বৰ যিহোৱা মই; মই তোমালোকৰ যুঁৱলিৰ শলমাৰি ভাঙি, তোমালোকক মূৰ দঙাই গমন কৰালোঁ।

১৪ কিন্তু যদি তোমালোকে মোৰ বাক্যলৈ কাণ নিদিয়া, মোৰ এই সকলো আজ্ঞামতে কাৰ্য্য নকৰা, ১৫ মোৰ বিধি অগ্ৰাহ্য কৰা, আৰু মনতে মোৰ শাসন-প্ৰণালীবোৰ ঘিণ কৰি মোৰ আজ্ঞা-মতে কাৰ্য্য নকৰা, কিন্তু মোৰ নিয়মটী লঙ্ঘন কৰা, ১৬ তেন্তে ময়ো তোমালোকলৈ এই ৰূপে আচৰণ কৰিম; মই তোমালোকৰ ওপৰত চকু-নাশকাৰী আৰু প্ৰাণ-ক্ষয়কাৰী ব্যাকুলতা, যক্ষ্মা-ৰোগ, আৰু পোৰণি জ্বৰ নিৰূপণ কৰিম; আৰু তোমালোকে মিছায়ে গুটি ববা; কিয়নো তোমালোকৰ শত্ৰুৱে তাক খাব। ১৭ আৰু মই তোমালোকলৈ কোন্দোৱাকৈ চাম, তাতে তোমালোক আপোনাবিলাকৰ শত্ৰুবোৰৰ আগত ঘাটিবা, তোমালোকক ঘিণাওঁতাবোৰে তোমালোকৰ ওপৰত শাসন কৰিব, আৰু কোনেও তোমালোকক নেখেদিলেও তোমালোক পলাই যাবা। ১৮ আৰু যদি তোমালোকে ইমানতো মোৰ বাক্যলৈ কাণ নিদিয়া, তেন্তে মই তোমালোকৰ পাপৰ নিমিত্তে তোমালোকক আৰু সাত গুণ দণ্ড দিম। ১৯ মই তোমালোকৰ বলৰ গৰ্ব্ব খৰ্ব্ব কৰিম, আৰু তোমালোকৰ আকাশ লোহা যেন, আৰু মাটি পিত্তল যেন কৰিম। ২০ তাতে তোমালোকৰ পৰিশ্ৰম বিফল হব; কিয়নো তোমালোকৰ ভূমিয়ে শস্য উৎপন্ন নকৰিব, আৰু দেশৰ গছবোৰত গুটি নেলাগিব। ২১ আৰু যদি তোমালোকে মোৰ বিপৰীত আচৰণ কৰা, আৰু মোৰ বাক্য শুনিবলৈ অসম্মত হোৱা, তেন্তে মই তোমালোকৰ পাপ অনুসাৰে তোমালোকলৈ আৰু সাত গুণ আপদ ঘটাম। ২২ তোমালোকৰ মাজলৈ বনৰীয়া জন্তু-বোৰ পঠাম; সেইবোৰে তোমালোকৰ সন্তান নাইকিয়া কৰিব, তোমালোকৰ পশু নষ্ট কৰিব, আৰু তোমালোকক তাকৰ কৰিব; আৰু তোমালোকৰ ৰাজ-আলিবোৰ শূন্য হৈ পড়িব। ২৩ ইমানতো যদি তোমালোকে মোৰ শিকনি নোলোৱা, কিন্তু মোৰ বিপৰীত আচৰণ কৰা, ২৪ তেন্তে ময়ো তোমালোকৰ বিপৰীতে আচৰণ কৰিম, আৰু তোমালোকৰ পাপৰ নিমিত্তে, মই, ময়েই তোমা-

লোকলৈ সাত গুণ আপদ ঘটাম। [২৫] আৰু নিয়মটীৰ উল্লঙ্ঘনৰ প্ৰতিফল দিবলৈ তোমালোকলৈ তৰোৱাল আনিম, আৰু তোমালোকে নগৰৰ মাজত গোট খালে, তোমালোকৰ মাজলৈ মহামাৰি পঠাম; আৰু তোমালোকক শত্ৰুৰ হাতত সোধাই দিয়া যাব। [২৬] ময় তোমালোকৰ অন্নৰূপ লাখুটি ভঙ্গা কালত, দহ জনী তিৰুতাই একেটা তন্দুৰত তোমালোকৰ পিঠা তাও দিব, আৰু সিহঁতে জুখি জুখি তোমালোকৰ পিঠা তোমালোকক দিব, আৰু তাক খাই তোমালোকৰ ভোক নপলাব।

[২৭] ইমানতো তোমালোকে যদি মোৰ বাক্যলৈ কাণ নিদি মোৰ বিপৰীত আচৰণ কৰা, [২৮] তেন্তে ময়ো ক্ৰোধত তোমালোকৰ বিপৰীত আচৰণ কৰিম, আৰু তোমালোকৰ পাপৰ নিমিত্তে তোমালোকক সাত গুণ দণ্ড দিম। [২৯] তোমালোকে আপোন আপোন পো-জীহঁতৰ মঙহ খাবা। [৩০] ময় তোমালোকৰ ওখ ঠাইবোৰ নষ্ট কৰিম, তোমালোকৰ সূৰ্য্য-প্ৰতিমা কাটি পেলাম, আৰু তোমালোকৰ মূৰ্ত্তিবোৰৰ শবৰ ওপৰত তোমালোকৰ শব পেলাম; আৰু মোৰ মনে তোমালোকক ঘিণ কৰিব। [৩১] ময় তোমালোকৰ নগৰবোৰ ধ্বংস কৰিম, তোমালোকৰ ধৰ্ম্মধামবোৰ উচ্ছন্ন কৰিম, আৰু তোমালোকৰ সুগন্ধ বস্তুৰ ঘ্ৰাণ গ্ৰহণ নকৰিম। [৩২] আৰু ময় দেশখন উচ্ছন্ন কৰিম; তাতে দেশত থকা তোমালোকৰ শত্ৰুবোৰে তাকে দেখি আশ্চৰিত মানিব। [৩৩] ময় জাতিবোৰৰ মাজত তোমালোকক গোট গোট কৰিম, আৰু কাঁকৰ পৰা তৰোৱাল উলিয়াই তোমালোকৰ পাছত খেদি যাম; তাতে তোমালোকৰ দেশ উচ্ছন্ন, আৰু নগৰবোৰ ধ্বংস কৰা হব। [৩৪] যেতিয়ালৈকে দেশ উচ্ছন্ন হৈ থাকিব, আৰু তোমালোক শত্ৰুবোৰৰ দেশত থাকিবা, তেতিয়ালৈকে দেশে আপোনাৰ বিশ্ৰাম-বছৰবোৰ ভোগ কৰিব; সেই কালত দেশে বিশ্ৰাম পাই, আপোনাৰ বিশ্ৰাম-বছৰবোৰ ভোগ কৰিব। [৩৫] যিমান কাল সেয়ে উচ্ছন্ন হৈ থাকিব, সিমান কাল বিশ্ৰাম কৰিব; তোমালোকে দেশত বাস কৰা কালত তোমালোকৰ বিশ্ৰাম-বছৰবোৰত যি বিশ্ৰাম ভোগ কৰা নাই, দেশে তাক ভোগ কৰিব। [৩৬] আৰু শত্ৰুৰ দেশত থকা তোমালোকৰ মাজৰ অৱশিষ্ট লোকবিলাকৰ মনলৈ ব্যাকুলতা পঠাম; আৰু সৰি পড়া পাতৰ শবদে সিবিলাকক পলুৱাব; যেনেকৈ তৰোৱালৰ আগৰ পৰা পলায়, তেনেকৈ পলাব; আৰু কোনেও সিবিলাকক খেদি নিনিলেও সিবিলাক পতিত হব। [৩৭] আৰু কোনেও সিবিলাকক খেদি নিনিলেও, তৰোৱালৰ আগৰ পৰা পলাওঁতে খুন্দা খাই পড়াৰ দৰে, সিবিলাকে ইজনে সিজনত খুন্দা খাই পড়িব; আৰু শত্ৰুবোৰৰ সন্মুখত থিয় হবলৈ তোমালোকৰ শক্তি নেথাকিব। [৩৮] আৰু তোমালোক জাতিবিলাকৰ মাজত বিনষ্ট হবা, আৰু তোমালোকৰ শত্ৰুবোৰৰ দেশে তোমালোকক গ্ৰাস কৰিব। [৩৯] আৰু তোমালোকৰ মাজৰ অৱশিষ্ট ভাগ আপোন আপোন অপৰাধৰ নিমিত্তে শত্ৰুবোৰৰ দেশত ক্ষীণ হৈ যাব, আৰু সিবিলাকৰ নিজৰ ও পূৰ্ব্বপুৰুষবিলাকৰ অপৰাধৰ নিমিত্তেও ক্ষীণ হৈ যাব। [৪০] আৰু যদি সিবিলাকে মোৰ সত্যলঙ্ঘন কৰা বাবে হোৱা আপোন আপোন অপৰাধ, আৰু আপোন পূৰ্ব্বপুৰুষবিলাকৰ অপৰাধ গাত লয়, আৰু সিবিলাকে মোৰ বিপৰীত আচৰণ কৰাত, [৪১] ময়ো সিবিলাকৰ বিপৰীত আচৰণ কৰি, সিবিলাকক শত্ৰুবোৰৰ দেশলৈ অনাকো স্বীকাৰ কৰে, বিশেষকৈ যদি সিবিলাকে আপোনাৰ অচুন্নৎ মন নম্ৰ কৰে, আৰু আপোনাৰ পাপৰ দণ্ড যোগ্য যেন মানে, [৪২] তেন্তে যাকোবে সৈতে কৰা মোৰ নিয়মটী ময় সুঁৱৰিম, আৰু ইচ্হাকে সৈতে কৰা মোৰ নিয়মটী ও অব্ৰাহামে সৈতে কৰা মোৰ নিয়মটীও সুঁৱৰিম: আৰু ময় দেশকো সোঁৱৰণ কৰিম। [৪৩] দেশ সিবিলাকৰ দ্বাৰায় পৰিত্যক্ত হব, আৰু সিবিলাক নথকাকৈ দেশ উচ্ছন্ন হৈ থাকেমানে আপোনাৰ বিশ্ৰাম-বছৰবোৰ ভোগ কৰিব; আৰু সিবিলাকে আপোন আপোন অপৰাধৰ দণ্ড যোগ্য যেন মানিব; কিয়নো সিবিলাকে মোৰ শাসন-প্ৰণালীবোৰ অগ্ৰাহ্য কৰিলে, আৰু সিবিলাকৰ মনে মোৰ বিধিবোৰ ঘিণ কৰিলে। [৪৪] তথাপি যেতিয়া সিবিলাক শত্ৰুবোৰৰ দেশত থাকিব, তেতিয়াও ময় শেষ নথকাকৈ বিনষ্ট কৰিবৰ অৰ্থে, বা সিবিলাকে সৈতে কৰা মোৰ নিয়মটী ভাঙ্গিবৰ নিমিত্তে সিবিলাকক অগ্ৰাহ্য কি ঘিণ নকৰিম; কিয়নো ময় সিবিলাকৰ ঈশ্বৰ যিহোৱা। [৪৫] কিন্তু

মন্ন সিবিলাকর ঈশ্বর হবর অর্থে সিবিলাকর যি পূর্ব্বপুরুষবিলাকক জাতিবিলাকর আগতে মিচর দেশর পরা উলিয়াই আনিলোঁ, সিবিলাকর সেই পূর্ব্বপুরুষবিলাকে সৈতে করা মোর নিয়মটো সিবিলাকর মঙ্গলর অর্থে স্মঁৱরিম; মই যিহোৱা।

[৪৬] চীনয় পর্ব্বতত যিহোৱাই মোচির দ্বারায় আপোনার আরু ইস্রায়েলর সন্তানবিলাকর মাজত এইবোর বিধি, শাসন-প্রণালী, আরু ব্যৱস্থা স্থাপন করিলে।

সঙ্কল্প করা বস্তু আদি বিষয়র বিধি।

২৭ আরু যিহোৱাই মোচিক কলে, [২] তুমি ইস্রায়েলর সন্তানবিলাকক কোৱা, তোমার নিরূপিত মূল্য অনুসারে যদি কোনোৱে যিহোৱার উদ্দেশে মানুহ দিয়া সঙ্কল্প সিদ্ধ করিব খোজে, [৩] তেন্তে বিশ বছরত্‌কৈ অধিক আরু ষাইঠ বছরত্‌কৈ কম বয়স হোৱা পুরুষর নিমিত্তে হলে, পবিত্রস্থানর চেকল অনুসারে তোমার নিরূপিত মূল্য পঞ্চাশ চেকল রূপ হব; [৪] কিন্তু স্ত্রীর নিমিত্তে হলে, তোমার নিরূপিত মূল্য ত্রিশ চেকল হব। [৫] আরু যদি সেই মানুহ পাঁচ বছরত্‌কৈ অধিক আরু বিশ বছরত্‌কৈ কম বয়সীয়া হয়, তেন্তে লরার নিমিত্তে তোমার নিরূপিত মূল্য বিশ চেকল হব, ছোৱালীর নিমিত্তে দহ চেকল হব। [৬] আরু যদি সি এমাহত্‌কৈ অধিক আরু পাঁচ বছরত্‌কৈ কম বয়সীয়া হয়, তেন্তে লরার নিমিত্তে তোমার নিরূপিত মূল্য পাঁচ চেকল রূপ হব, আরু ছোৱালীর নিমিত্তে তিনি চেকল রূপ হব। [৭] আরু যদি ষাইঠ বছর ও তাতকৈ অধিক বয়সীয়া হয়, তেনে হলে, পুরুষর নিমিত্তে তোমার নিরূপিত মূল্য পোন্ধের চেকল, আরু স্ত্রীর নিমিত্তে দহ চেকল রূপ হব। [৮] কিন্তু যদি দুঃখীয়া হোৱা হেতুকে তুমি নিরূপণ করা মূল্য সি দিব নোৱারে, তেন্তে পুরোহিতর গুরিলৈ তাক অনা হব, আরু পুরোহিতে তার মূল্য স্থির করিব; সঙ্কল্প করা মানুহর সমর্থ অনুসারে পুরোহিতে তার মূল্য স্থির করিব।

[৯] আরু যদি যিহোৱার উদ্দেশে উৎসর্গ করিব পরা পশু হয়, তেন্তে সেই পশুবোরর মাজর যি পশু কোনো মানুহে যিহোৱার উদ্দেশে দিয়ে, সেই পশু পবিত্র হব। [১০] সি তার অন্যথা বা সলনি নকরিব: বেয়ার সলনি ভাল, ভালর সলনি বেয়া নিদিব: যদি সি কোনো রূপে পশু সলনি করে, তেন্তে সেইটো আরু তার সলনি দিয়াটো, দুয়ো পবিত্র হব। [১১] আরু যিহোৱার উদ্দেশে উৎসর্গ করিব নোৱরা কোনো অশুচি পশু যদি হয়, তেন্তে সি সেই পশু পুরোহিতর ওচরলৈ আনিব। [১২] সেই পশুর ভাল-বেয়া বিবেচনা করি পুরোহিতে তার মূল্য স্থির করিব; তুমি পুরোহিতে নিরূপণ করার দরে তার মূল্য স্থির হব। [১৩] সি যদি কোনো রূপে তাক মুকলি করিব খোজে, তেন্তে সি তোমার নিরূপিত মূল্যর পাঁচ ভাগর এভাগ বেচীকৈ দিব।

[১৪] আরু যদি কোনো মানুহে যিহোৱার উদ্দেশে আপোনার ঘর পবিত্র হবলৈ পবিত্র করে, তেন্তে সেই ঘরর ভাল-বেয়া বিবেচনা করি, পুরোহিতে তার মূল্য স্থির করিব; পুরোহিতে নিরূপণ করার দরে তার মূল্য স্থির হব। [১৫] আরু তাক পবিত্র করা লোকে যদি আপোনার ঘর মোকলাব খোজে, তেন্তে সি তোমার নিরূপিত মূল্যর পাঁচ ভাগর এভাগ বেচীকৈ দিব; তাতে সেই ঘর তার হব।

[১৬] আরু যদি কোনোৱে আপোনার আধিপত্যর মাটির কোনো ভাগ যিহোৱার উদ্দেশে পবিত্র করে; তেন্তে সি তাত সিঁচা কঠিয়া অনুসারে তোমার নিরূপিত মূল্য হব; এক হোমর যব ধান সিঁচিব পরা মাটির পঞ্চাশ চেকল রূপ হব। [১৭] যদি সি যোবেল বছর যোৱা মাত্রকে আপোনার সেই ডোখর মাটি পবিত্র করে, তেন্তে তোমার নিরূপিত মূল্য অনুসারে সেয়ে স্থির হব। [১৮] আরু যদি সি যোবেল বছরর কিছু কালর পাছত আপোনার মাটি পবিত্র করে, তেন্তে পুরোহিতে যোবেল বছরলৈকে বাকী থকা বছরর সংখ্যা অনুসারে তালৈ হিচাব করিব, আরু তোমার নিরূপিত মূল্য কম করা হব। [১৯] আরু যদি সেই মাটি পবিত্র করা জনে কোনো রূপে তাক মুকলি করিব খোজে, তেন্তে সি তোমার নিরূপিত মূল্যর পাঁচ ভাগর এভাগ বেচীকৈ দিব, তাতে সেয়ে তার নিজর হব। [২০] কিন্তু যদি সি সেই মাটি মুকলি নকরে, বা যদি আন কোনোক বেচে, তেন্তে তাক আরু মোকলোৱা নেযাব। [২১] কিন্তু সেই মাটি যোবেল বছরত মুকলি হৈ, বর্জ্জিত করি দিয়া মাটির নিচিনাকৈ যিহোৱার উদ্দেশে পবিত্র হব;

আরু তাত পুৰোহিতৰ অধিকাৰ থাকিব। [২২] আরু যদি কোনোৱে আপোনাৰ পৈতৃক ভূমিৰ বাহিৰে আপুনি কিনি লোৱা মাটি এডোখৰ যিহোৱাৰ উদ্দেশে পবিত্ৰ কৰে, [২৩] তেন্তে যোবেল বছৰলৈকে তুমি নিৰূপণ কৰা মূল্য পুৰোহিতে তাক হিচাব কৰি দিব; সি সেই দিনাই, যিহো-ৱাৰ উদ্দেশে পবিত্ৰ হোৱা বস্তুস্বৰূপে তোমাৰ নিৰূপিত মূল্য দিব। [২৪] সেই মাটি যাৰ পৰা কিনা হৈছিল, সি, সেই মাটিত যাৰ স্বত্ব আছিল, সিয়েই যোবেল বছৰত তাক পুনৰায় পাব। [২৫] আরু তুমি নিৰূপণ কৰা আটাই মূল্য পবিত্ৰ-স্থানৰ চেঁকল অনুসাৰে হব; বিশ গেৰাই এক চেকল হয়।

[২৬] তথাপি প্ৰথমে জগা বুলি যি পশু যিহো-ৱাৰ, পশুবোৰৰ মাজৰ সেই প্ৰথমে জগা পশু কোনেও পবিত্ৰ কৰিব নোৱাৰিব; গৰু, মেৰ, বা ছাগ হওক, সেয়ে যিহোৱাৰেই। [২৭] যদি সেই পশু অশুচি পশু হয়, তেন্তে উৎসৰ্গ কৰা জনে তোমাৰ নিৰূপিত মূল্যৰ পাঁচ ভাগৰ এভাগ বেচীকৈ দি তাক মোকলাব পাৰে; মোকলোৱা নহলে, তুমি নিৰূপণ কৰা মূল্যত তাক বেচা যাব।

[২৮] তথাপি মানুহ কি পশু হওক, বা আপোন আধিপত্যৰ মাটি হওক, যি বস্তু কোনো মানুহে আপোনাৰ সৰ্ব্বস্বৰ পৰা যিহোৱাৰ উদ্দেশে বৰ্জ্জিত কৰি দিয়ে, সেই বৰ্জ্জিত বস্তু বেচা বা মোকলোৱা নেযাব; প্ৰত্যেক বৰ্জ্জিত বস্তু যিহোৱাৰ উদ্দেশে পবিত্ৰ। [২৯] মানুহৰ মাজত যাক বৰ্জ্জিত কৰি দিয়া হয়, সেই বৰ্জ্জিত মানুহক মোকলোৱা নেযাব; নিশ্চয়ে তাক বধ কৰা হব।

[৩০] আরু ভূমিৰ শস্য বা গছৰ গুটিয়েই হওক, ভূমিৰ উৎপন্ন সকলো বস্তুৰ দশম ভাগ যিহোৱাৰ হব; সেয়ে যিহোৱাৰ উদ্দেশে পবিত্ৰ। [৩১] আরু যদি কোনোৱে আপোনাৰ দশম ভাগৰ পৰা কিছু মোকলাব খোজে, তেন্তে সি তাৰ পাঁচ ভাগৰ এভাগ বেচীকৈ দিব। [৩২] আরু গৰু, কি মেৰ, কি ছাগৰ জাকৰ আটাই দশম ভাগ, লাখুটিৰ তলেদি যোৱাবোৰৰ দশম ভাগ যিহোৱাৰ উদ্দেশে পবিত্ৰ হব। [৩৩] তাৰ ভাল-বেয়া বিচাৰ নকৰিব, আরু তাক নসলাব; কিন্তু যদি সি কোনো প্ৰকাৰে তাক সলায়, তেন্তে সেইটো আরু সলনি দিয়াটো, দুয়ো পবিত্ৰ হব; তাক মোকলোৱা নেযাব।

[৩৪] যিহোৱাই চীনয় পৰ্ব্বতত ইস্ৰায়েলৰ সন্তান-বিলাকৰ নিমিত্তে মোচিক দিয়া আজ্ঞা এইবোৰ।

# গণনাপুস্তক

## অৰ্থাৎ

## মোচিয়ে লিখা চতুৰ্থ পুস্তক

ইস্ৰায়েলৰ ফৈদবিলাকক গণনা কৰা।

**১** পাছে মিচৰ দেশৰ পৰা লোকবিলাক ওলাই যোৱাৰ দ্বিতীয় বছৰৰ দ্বিতীয় মাহৰ প্ৰথম দিনা, যিহোৱাই চীনয় অৰণ্যত সাক্ষাৎ কৰা তাম্বুত মোচিক কলে, ২ তোমালোকে গোষ্ঠী অনুসাৰে আৰু পিতৃ-বংশমতে নামৰ সংখ্যা অনুসাৰে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীৰ, অৰ্থাৎ প্ৰত্যেক পুৰুষৰ মূৰ গণনা কৰা। ৩ বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া যিমান পুৰুষ ইস্ৰায়েলৰ মাজত যুদ্ধলৈ যাব পৰা হয়, সিবিলাকৰ সৈন্যদল অনুসাৰে তুমি আৰু হাৰোণে সিবিলাকক গণনা কৰা। ৪ আৰু প্ৰত্যেক ফৈদৰ এজন এজন, আপোন আপোন পিতৃ-বংশৰ মূল মানুহ তোমালোকৰ লগত সহায় কৰোঁতা হব। ৫ আৰু যি মানুহবিলাক তোমালোকৰ সহায় কৰোঁতা হব, সিবিলাকৰ এই এই নাম; ৰূবেণ ফৈদৰ চদেয়ূৰৰ পুত্ৰ ইলীচূৰ। ৬ চিমিয়োন ফৈদৰ চূৰীচদ্দয়ৰ পুত্ৰ চলমীয়েল। ৭ যিহূদা ফৈদৰ অম্মীনাদবৰ পুত্ৰ নহচোন। ৮ ইচাখৰ ফৈদৰ চূৱাৰৰ পুত্ৰ নথনেল। ৯ জবূলূন ফৈদৰ হেলোনৰ পুত্ৰ ইলীয়াব। ১০ যোচেফৰ সন্তানবিলাকৰ মাজত ইফ্ৰয়িম ফৈদৰ অম্মীহূদৰ পুত্ৰ ইলীচামা; মনচি ফৈদৰ পদাচূৰৰ পুত্ৰ গম্লীয়েল। ১১ বিন্যামীন ফৈদৰ গিদিয়োনীৰ পুত্ৰ অবীদান। ১২ দান ফৈদৰ অম্মীচদ্দয়ৰ পুত্ৰ অহীয়েজৰ। ১৩ আচেৰ ফৈদৰ অক্ৰণৰ পুত্ৰ পগীয়েল। ১৪ গাদ ফৈদৰ দূৱেলৰ পুত্ৰ ইলিয়াচফ। ১৫ নপ্তালী ফৈদৰ ঐননৰ পুত্ৰ অহীৰা। ১৬ এইবিলাক লোকেই মণ্ডলীৰ আমন্ত্ৰিত লোক; ইবিলাক আপোন আপোন পিতৃ-ফৈদৰ অধ্যক্ষ, আৰু ইস্ৰায়েলৰ গোষ্ঠীবিলাকৰ মূল মানুহ আছিল। ১৭ তেতিয়া মোচি আৰু হাৰোণে ওপৰে নাম কোৱা সেই লোকবিলাকক লগত ললে। ১৮ আৰু তেওঁবিলাকে দ্বিতীয় মাহৰ প্ৰথম দিনাই গোটেই মণ্ডলীক গোট খুৱালত, মণ্ডলীৰ লোকে আপোন আপোন গোষ্ঠী অনুসাৰে আৰু পিতৃ-বংশমতে বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া লোকবিলাকৰ নামৰ আৰু মূৰৰ সংখ্যা অনুসাৰে সকলোৱে বংশাৱলি লিখালে। ১৯ এই ৰূপে মোচিয়ে যিহোৱাৰ আজ্ঞা অনুসাৰে চীনয় অৰণ্যত সিবিলাকক গণনা কৰিলে।

২০ গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, ইস্ৰায়েলৰ জ্যেষ্ঠ পুত্ৰ ৰূবেণৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; ২১ ৰূবেণ ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা ছয়চল্লিশ হাজাৰ পাঁচ শ জন।

২২ গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, চিমিয়োনৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; ২৩ চিমিয়োন ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা উনষাইঠ হাজাৰ তিনি শ জন।

২৪ গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ

যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, গাদৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [২৫] গাদ ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা পঞ্চল্লিশ হাজাৰ ছশ পঞ্চাশ জন।

[২৬] গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, যিহুদাৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [২৭] যিহুদা ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা চৌসত্তৰ হাজাৰ ছশ জন।

[২৮] গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, ইচাখৰৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [২৯] ইচাখৰ ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা চৌৱন্ন হাজাৰ চাৰি শ জন।

[৩০] গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, জবূলূনৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [৩১] জবূলূন ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা সাতাৱন হাজাৰ চাৰি শ জন।

[৩২] গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, যোচেফৰ সন্তানবিলাকৰ মাজৰ ইফ্ৰয়িমৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [৩৩] ইফ্ৰয়িম ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা চল্লিশ হাজাৰ পাঁচ শ জন।

[৩৪] গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, মনচিৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [৩৫] মনচি ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা বত্ৰিশ হাজাৰ দুশ জন।

[৩৬] গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, বিন্যামীনৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [৩৭] বিন্যামীন ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা পঁয়ত্ৰিশ হাজাৰ চাৰি শ জন।

[৩৮] গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, দানৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [৩৯] দান ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা বাবষ্ঠি হাজাৰ সাত শ জন।

[৪০] গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, আচেৰৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [৪১] আচেৰ ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা একচল্লিশ হাজাৰ পাঁচ শ জন।

[৪২] গোষ্ঠী অনুসাৰে পিতৃ-বংশমতে, যুদ্ধলৈ যাব পৰা বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে, নপ্তালীৰ পুতেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল; [৪৩] নপ্তালী ফৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা ত্ৰেপন্ন হাজাৰ চাৰি শ জন।

[৪৪] গণনা কৰা এইবিলাক লোকক মোচি আৰু হাৰোণে, আৰু আপোন আপোন পিতৃ-বংশৰ এজন এজনকৈ ইস্ৰায়েলৰ বাৰ জন অধ্যক্ষই গণনা কৰিলে। [৪৫] আপোন আপোন পিতৃ-বংশ অনুসাৰে, ইস্ৰায়েলৰ সন্তানবিলাকে, অৰ্থাৎ বিশ বছৰ আৰু তাত্কৈ অধিক বয়সীয়া, ইস্ৰায়েলৰ মাজত যিমান লোক যুদ্ধলৈ যাব পাৰে, ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ সেই আটাই লোকক এই ৰূপে গণনা কৰা হলত, [৪৬] গণনা কৰা লোকৰ সংখ্যা ছয় লাখ তিনি হাজাৰ পাঁচ শ পঞ্চাশ জন হল।

[৪৭] কিন্তু লেবীয়াবিলাকক আপোন পিতৃ-ফৈদ অনুসাৰে সিবিলাকৰ মাজত গণনা কৰা নহল; [৪৮] কিয়নো যিহোৱাই মোচিক কৈছিল, [৪৯] তুমি কেৱল লেবী ফৈদক গণনা নকৰিবা; ইস্ৰা-

য়েলর সন্তানবিলাকর মাজত সিবিলাকর লেখ নলবা ; [৫০] কিন্তু সাক্ষ্য-ফলি থকা আবাস, তার সকলো বস্তু, আরু তার সম্পর্কীয় সকলোরে ওপরত লেবীয়াবিলাকক নিযুক্ত করিবা ; সিবিলাকে আবাস আরু তার আটাই বস্তু ভার বৈ নিব, আরু তার পরিচর্য্যা করিব, আরু আবাসর চারিওফালে তাম্বু তরি থাকিব। [৫১] আরু আবাস নিয়া সময়ত লেবীয়াবিলাকে তাক ভাঙ্গিব; আরু আবাস স্থাপন করিব লগা সময়ত সিবিলাকে তাক তরিব ; আন ফৈদর যি লোক তার ওচরলৈ যাব, তার প্রাণদণ্ড হব। [৫২] ইস্রায়েলর সন্তানবিলাকে আপোন আপোন সৈন্যদল অনুসারে আপোন আপোন ধ্বজার গুরিত, আপোন আপোন ছাউনির ঠাইত তাম্বু তরিব। [৫৩] কিন্তু ইস্রায়েলর সন্তানবিলাকর মণ্ডলীলৈ ক্রোধ নপড়িবর নিমিত্তে, সাক্ষ্য-ফলি থকা আবাসর চারিওফালে লেবীয়াবিলাকে তাম্বু তরি থাকিব ; আরু সাক্ষ্য-ফলি থকা আবাস লেবীয়াবিলাকর জিমাত থাকিব। [৫৪] পাছে ইস্রায়েলর সন্তানবিলাকে সেই দরে করিলে ; যিহোবাই মোচিক আজ্ঞা করার দরেই সিবিলাকে আটাই কার্য্য করিলে।

ইস্রায়েলর সন্তানবিলাকে ছাউনি পতা,
আরু প্রস্থান করা ক্রম।

**২** পাছে যিহোবাই মোচি আরু হারোণক কলে, [২] ইস্রায়েলর সন্তানবিলাকে আপোন আপোন ধ্বজার ওচরত, আপোন আপোন পিতৃবংশর নিচানর গুরিত তাম্বু তরি থাকিব ; সিবিলাকে সাক্ষাৎ করা তাম্বুলৈ মুখ করি, চারিওফালে তাম্বু তরি থাকিব। [৩] যিহুদার ছাউনির ধ্বজার অধীনে থকা লোকবিলাকে আপোন আপোন সৈন্যদল অনুসারে, পূবদিশে সূর্য্য উদয় হোবা ফালে তাম্বু তরি থাকিব ; আরু অম্মীনাদবর পুত্র নহচোন যিহুদার সন্তানবিলাকর অধ্যক্ষ হব ; [৪] তেওঁর সৈন্যসমূহর গণিত লোক চৌসত্তর হাজার ছশ জন। [৫] সিবিলাকর কোষত ইচাখর ফৈদে তাম্বু তরি থাকিব ; আরু চূয়ারর পুত্র নথনেল ইচাখরর সন্তানবিলাকর অধ্যক্ষ হব; [৬] তেওঁর সৈন্যসমূহর গণিত লোক চৌবন্ন হাজার চারি শ জন। [৭] সিবিলাকর পাছত জবূলূন ফৈদ; হেলোনর পুত্র ইলীয়াব জবূলূনর সন্তানবিলাকর অধ্যক্ষ হব ; [৮] তেওঁর সৈন্যসমূহর গণিত লোক সাতাবন হাজার চারি শ জন। [৯] যিহুদার ছাউনির গণিত লোক, আপোন আপোন সৈন্যদল অনুসারে, সর্ব্বমোট এক লাখ ছিয়াশী হাজার চারি শ জন ; প্রথমে সিবিলাকে প্রস্থান করিব।

[১০] আরু দক্ষিণদিশে আপোন আপোন সৈন্যদল অনুসারে, রূবেণর ছাউনির ধ্বজার অধীনে থকা লোকবিলাক থাকিব ; আরু চদেয়ূরর পুত্র ইলীচূর রূবেণর সন্তানবিলাকর অধ্যক্ষ হব ; [১১] তেওঁর সৈন্যসমূহর গণিত লোক ছয়চল্লিশ হাজার পাঁচ শ জন। [১২] সিবিলাকর কোষত চিমিয়োন ফৈদে তাম্বু তরি থাকিব ; আরু চূরীচদ্দয়র পুত্র চলূমীয়েল চিমিয়োনর সন্তানবিলাকর অধ্যক্ষ হব ; [১৩] তেওঁর সৈন্যসমূহর গণিত লোক উনষাইঠ হাজার তিনি শ জন। [১৪] সিবিলাকর পাছত গাদ ফৈদ ; আরু রূয়েলর পুত্র ইলিয়াচফ গাদর সন্তানবিলাকর অধ্যক্ষ হব ; [১৫] তেওঁর সৈন্যসমূহর গণিত লোক পঞ্চল্লিশ হাজার ছশ পঞ্চাশ জন। [১৬] রূবেণর ছাউনির গণিত লোক, আপোন আপোন সৈন্যদল অনুসারে, সর্ব্বমোট এক লাখ একাবন হাজার চারি শ পঞ্চাশ জন ; সিবিলাকে দ্বিতীয় হৈ প্রস্থান করিব।

[১৭] তার পাছত ছাউনিবোরর মাজত লেবীয়াবিলাকর ছাউনি রাখি, সাক্ষাৎ করা তাম্বু নিয়া হব ; প্রতিজনে যি রূপে তাম্বু তরে, সেই রূপে আপোন আপোন শ্রেণীত থাকি, আপোন আপোন ধ্বজার ওচরে ওচরে প্রস্থান করিব।

[১৮] আরু পশ্চিমদিশে, আপোন আপোন সৈন্যদল অনুসারে, ইফ্রয়িমর ছাউনির ধ্বজার অধীনে থকা লোকবিলাক থাকিব ; আরু অম্মীহূদর পুত্র ইলীচামা ইফ্রয়িমর সন্তানবিলাকর অধ্যক্ষ হব ; [১৯] তেওঁর সৈন্যসমূহর গণিত লোক চল্লিশ হাজার পাঁচ শ জন। [২০] সিবিলাকর কোষত মনচি ফৈদ থাকিব ; আরু পদাচূরর পুত্র গম্লীয়েল মনচির সন্তানবিলাকর অধ্যক্ষ হব; [২১] তেওঁর সৈন্যসমূহর গণিত লোক বত্রিশ হাজার দুশ জন। [২২] সিবিলাকর পাছত বিন্যামীন ফৈদ ; আরু গিদিয়োনীর পুত্র অবীদান বিন্যামীনর সন্তানবিলাকর অধ্যক্ষ হব ; [২৩] তেওঁর সৈন্যসমূহর গণিত লোক পঁয়ত্রিশ হাজার চারি শ জন। [২৪] ইফ্রয়িমর ছাউনির গণিত লোক,

আপোন আপোন সৈন্যদল অনুসারে, সর্ব্বমোট এক লাখ আঁঠ হাজার এশ জন; সিবিলাকে তৃতীয় হৈ প্রস্থান করিব।

[২৫] উত্তরদিশে আপোন আপোন সৈন্যদল অনুসারে, দানর ছাউনির ধ্বজার অধীনে থকা লোকবিলাক থাকিব; আরু অম্মীচন্দয়র পুত্র অহীয়েজর দানর সন্তানবিলাকর অধ্যক্ষ হব; [২৬] তেওঁর সৈন্যসমূহর গণিত লোক বাষষ্টি হাজার সাত শ জন। [২৭] সিবিলাকর কোষতে আচের ফৈদে তাম্বু তরি থাকিব; আরু অক্রণর পুত্র পগীয়েল আচেরর সন্তানবিলাকর অধ্যক্ষ হব; [২৮] তেওঁর সৈন্যসমূহর গণিত লোক একচল্লিশ হাজার পাঁচ শ জন। [২৯] সিবিলাকর পাছত নপ্তালী ফৈদ, আরু ঐননর পুত্র অহীরা নপ্তালীর সন্তানবিলাকর অধ্যক্ষ হব; [৩০] তেওঁর সৈন্যসমূহর গণিত লোক ত্রেপন্ন হাজার চারি শ জন। [৩১] দানর ছাউনির গণিত লোক সর্ব্বমোট এক লাখ সাতাবন হাজার ছশ জন; সিবিলাকে আপোন আপোন ধ্বজা লৈ, শেষত প্রস্থান করিব।

[৩২] ইস্রায়েলর সন্তানবিলাকর পিতৃ-বংশ অনুসারে, গণিত লোক এইবিলাক; সৈন্যদল অনুসারে ছাউনিবোরর গণিত লোক সর্ব্বমোট ছয় লাখ তিনি হাজার পাঁচ শ পঞ্চাশ জন। [৩৩] কিন্তু যিহোৱাই মোচিক দিয়া আজ্ঞা অনুসারে লেবীয়াবিলাকক ইস্রায়েলর সন্তানবিলাকর মাজত গণনা করা নহল। [৩৪] ইস্রায়েলর সন্তানবিলাকে সেই দরে করিলে; যিহোৱাই মোচিক দিয়া সকলো আজ্ঞার দরে সিবিলাকে আপোন আপোন গোষ্ঠী আরু পিতৃ-বংশ অনুসারে আপোন আপোন ধ্বজার গুরিত তাম্বু তরিলে, আরু সেই দরেই প্রস্থান করিলে।

লেবীয়াবিলাকক গণনা করা, তাম্বুর সকলো বস্তু সিবিলাকর জিম্মা করি দিয়া, আরু প্রথমে জন্মাবিলাকক মোকলোৱা।

৩ যি কালত চীনয় পর্ব্বতত যিহোৱাই মোচিক কথা কলে, সেই কালর হারোণ আরু মোচির বংশাবলি এই। [২] হারোণর পুত্রবিলাকর নাম এই এই, প্রথমে জন্মা নাদব, তার পাছত অবীহূ, ইলিয়াজর, আরু ঈথামর; [৩] পুরোহিত-কর্ম্ম করিবলৈ যিবিলাকক তেওঁ নিযুক্ত করিছিল, সেই অভিষিক্ত পুরোহিত হারোণর পুত্রবিলাকর নাম এয়ে। [৪] কিন্তু নাদব আরু অবীহূৱে চীনয় পর্ব্বতর অরণ্যত যিহোৱার আগলৈ সাধারণ জুই নিওঁতে যিহোৱার আগতে প্রাণত্যাগ করিলে, আরু সিবিলাকর সন্তান নাছিল; এই হেতুকে ইলিয়াজর আরু ঈথামরে আপোন পিতৃ হারোণর সাক্ষাতে পুরোহিত-কর্ম্ম করিলে।

[৫] আরু যিহোৱাই মোচিক কলে, [৬] হারোণ পুরোহিতর পরিচর্য্যা করিবর নিমিত্তে, তুমি লেবী ফৈদক তেওঁর আগত আনি রাখা; [৭] আবাসর কার্য্য করি, সাক্ষাৎ করা তাম্বুর আগত, তেওঁর আরু গোটেই মণ্ডলীর যি যি করিব লগীয়া, তাক সিবিলাকে করিব। [৮] আবাসর কার্য্য করি সাক্ষাৎ করা তাম্বুর আটাই বস্তুর নিমিত্তে যি যি করিব লগীয়া, আরু ইস্রায়েলর সন্তানবিলাকর যি যি করিব লগীয়া, তাক সিবিলাকে করিব। [৯] আরু তুমি লেবীয়াবিলাকক হারোণ আরু তেওঁর পুত্রবিলাকক দিবা; ইস্রায়েলর সন্তানবিলাকর মাজর পরা সিবিলাকক নিচেইকৈ তেওঁক দিয়া হল। [১০] আরু তুমি হারোণক আরু তেওঁর পুত্রবিলাকক নিযুক্ত করিবা; সিবিলাকে আপোনাবিলাকর পৌরোহিত্য রক্ষা করিব; আন বংশর যি কোনো লোক ওচরলৈ আহিব, তার প্রাণদণ্ড হব।

[১১] আরু যিহোৱাই মোচিক কলে, [১২] দেখা, ইস্রায়েলর সন্তানবিলাকর মাজত গর্ভ ভেদ করি অহা প্রথমে জন্মার সলনি, মই ইস্রায়েলর সন্তানবিলাকর মাজর পরা লেবীয়াবিলাকক ললোঁ; এই হেতুকে লেবীয়াবিলাক মোরেই হব। [১৩] কিয়নো সকলো প্রথমে জন্মাবিলাক মোরেই; যি দিনা মই মিচর দেশত সকলো প্রথমে জন্মাবিলাকক মারিছিলোঁ, সেই দিনা মানুহরে পরা পশুলৈকে ইস্রায়েলর আটাই প্রথমে জন্মাবিলাকক মোর অর্থে পবিত্র করিলোঁ; এতেকে সিবিলাক মোরেই হব; মই যিহোৱা।

[১৪] পাছে চীনয় অরণ্যত যিহোৱাই মোচিক কলে, [১৫] তুমি আপোন আপোন পিতৃ-বংশ আরু গোষ্ঠী অনুসারে লেবীর সন্তানবিলাকক গণনা করা; এমাহ আরু তাতকৈ অধিক বয়সীয়া আটাই পুরুষক গণনা করিব লাগে। [১৬] তাতে

মোচিয়ে যেনেকৈ আজ্ঞা পালে, তেনেকৈ যিহোৱাৰ বাক্যৰ দৰেই সিবিলাকক গণনা কৰিলে। [17] লেবীৰ পুত্ৰবিলাকৰ নাম এই এই, গেৰ্চোন, কহাৎ, আৰু মৰাৰী। [18] আৰু আপোন আপোন গোষ্ঠী অনুসাৰে গেৰ্চোনৰ পুতেকবিলাকৰ নাম লিব্‌নী আৰু চিমিয়ী। [19] আৰু আপোন আপোন গোষ্ঠী অনুসাৰে কহাতৰ পুতেকবিলাকৰ নাম অম্ৰম, যিচ্‌হৰ, হিব্ৰোণ, আৰু উজ্জীয়েল। [20] আৰু আপোন আপোন গোষ্ঠী অনুসাৰে মৰাৰীৰ পুতেকবিলাকৰ নাম মহলী আৰু মূচী। আপোন আপোন পিতৃ-বংশ অনুসাৰে এইবিলাক লেবীয়াবিলাকৰ গোষ্ঠী।

[21] গেৰ্চোনৰ পৰা লিব্‌নীয়াবিলাকৰ গোষ্ঠী আৰু চিমিয়ীয়াবিলাকৰ গোষ্ঠী উৎপন্ন হল; ইবিলাক গেৰ্চোনীয়াবিলাকৰ গোষ্ঠী। [22] ইবিলাকৰ এমাহ আৰু তাত্‌কৈ অধিক বয়সীয়া আটাই পুৰুষকে গণনা কৰা হল; ইবিলাকৰ গণিত লোক সাত হাজাৰ পাঁচ শ জন। [23] গেৰ্চোনীয়াবিলাকৰ দুই গোষ্ঠী পশ্চিমদিশে আবাসৰ পাছফালে তাম্বু তৰি থাকিব। [24] আৰু লায়েলৰ পুত্ৰ ইলিয়াচফ গেৰ্চোনীয়াবিলাকৰ পিতৃ-বংশৰ অধ্যক্ষ হব। [25] আৰু আবাস, তাম্বু, তাৰ আবৰণ, [26] সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰৰ পৰ্দ্দা, আবাসৰ আৰু যজ্ঞবেদিৰ চাৰিওফালে থকা চোঁতালৰ আঁৰ-কাপৰবোৰ আৰু তাৰ দুৱাৰৰ পৰ্দ্দা, আৰু তাৰ আটাই কামৰ ৰচি, সাক্ষাৎ কৰা তাম্বুৰ এইবোৰ বস্তু গেৰ্চোনৰ সন্তানবিলাকৰ জিমাত থাকিব।

[27] আৰু কহাতৰ পৰা অম্ৰমীয়াবিলাকৰ গোষ্ঠী, যিচ্‌হৰীয়াবিলাকৰ গোষ্ঠী, হিব্ৰোণীয়াবিলাকৰ গোষ্ঠী, আৰু উজ্জীয়েলীয়াবিলাকৰ গোষ্ঠী উৎপন্ন হল; এই সকলো কহাতীয়াবিলাকৰ গোষ্ঠী। [28] ইবিলাকৰ এমাহ আৰু তাত্‌কৈ অধিক বয়সীয়া আটাই পুৰুষৰ সংখ্যা আঁঠ হাজাৰ ছশ জন; পবিত্ৰস্থানৰ যি যি কৰিব লগীয়া, তাক ইবিলাকে কৰিব। [29] কহাতৰ সন্তানবিলাকৰ গোষ্ঠীবিলাকে দক্ষিণফালে আবাসৰ কোষত তাম্বু তৰি থাকিব। [30] আৰু উজ্জীয়েলৰ পুত্ৰ ইলিচাফন কহাতীয়া গোষ্ঠীবিলাকৰ পিতৃ-বংশৰ অধ্যক্ষ হব। [31] আৰু চন্দুক, মেজ, দীপাধাৰ, বেদি দুটা, পবিত্ৰস্থানৰ পৰিচৰ্য্যা কৰা আটাই বস্তু, আৰু আঁৰ কৰি ৰখা বস্ত্ৰ, এইবোৰ সিবিলাকৰ জিমাত থাকিব, আৰু তাৰ সম্পৰ্কীয় সকলো কাৰ্য্য সিবিলাকে কৰিব। [32] আৰু হাৰোণ পুৰোহিতৰ পুত্ৰ ইলিয়াজৰ লেবীয়াবিলাকৰ অধ্যক্ষৰো অধ্যক্ষ হব, আৰু যিবিলাকৰ জিমাত পবিত্ৰস্থান থাকিব, সিবিলাকৰ ওপৰত তেওঁ নিযুক্ত হব।

[33] আৰু মৰাৰীৰ পৰা মহলীয়াবিলাকৰ গোষ্ঠী আৰু মূচীয়াবিলাকৰ গোষ্ঠী উৎপন্ন হল; ইবিলাকেই মৰাৰীয়াবিলাকৰ গোষ্ঠী। [34] ইবিলাকৰ এমাহ আৰু তাত্‌কৈ অধিক বয়সীয়া আটাই পুৰুষৰ সংখ্যা ছয় হাজাৰ দুশ জন। [35] আৰু অবীহয়িলৰ পুত্ৰ চুৰীয়েল মৰাৰীৰ গোষ্ঠীবিলাকৰ পিতৃ-বংশৰ অধ্যক্ষ হব; সিবিলাকে উত্তৰফালে আবাসৰ কোষত তাম্বু তৰি থাকিব। [36] আৰু আবাসৰ তক্তা, তাৰ ডাং, তাৰ খুঁটা, তাৰ চুঙী আৰু তাৰ সকলো বস্তু মৰাৰীৰ সন্তানবিলাকৰ জিমাত থাকিব, আৰু তাৰ সম্পৰ্কীয় আটাই কাৰ্য্য সিবিলাকে কৰিব; [37] আৰু চোঁতালৰ চাৰিওফালে থকা খুঁটাবোৰ, আৰু সেইবোৰৰ চুঙী, খুঁটি, আৰু ৰচি সিবিলাকৰ জিমাত থাকিব। [38] পাছে মোচি, হাৰোণ, আৰু তেওঁৰ পুত্ৰবিলাকে পুবফালে আবাসৰ আগত, সূৰ্য্য উদয় হোৱা ফালে, সাক্ষাৎ কৰা তাম্বুৰ আগত তাম্বু তৰি থাকিব; ইস্ৰায়েলৰ সন্তানবিলাকে পবিত্ৰস্থানৰ বিষয়ে যি কৰিব লগীয়া, তাৰ কাৰ্য্য সিবিলাকৰ জিমাত থাকিব; অন্য বংশৰ যি কোনো মানুহ তাৰ ওচৰ চাপিব, তাৰ প্ৰাণদণ্ড হব। [39] মোচি আৰু হাৰোণে যিহোৱাৰ আজ্ঞাৰ দৰে আপোন আপোন গোষ্ঠী অনুসাৰে যি লেবীয়াবিলাকক গণনা কৰিলে, লেবীয়াবিলাকৰ সেই গণিত লোক, এমাহ আৰু তাত্‌কৈ অধিক বয়সীয়া পুৰুষৰ সংখ্যা সৰ্ব্বমোট বাইশ হাজাৰ।

[40] পাছে যিহোৱাই মোচিক কলে, তুমি ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ, এমাহ আৰু তাত্‌কৈ অধিক বয়সীয়া প্ৰথমে জন্মা সকলো পুৰুষক গণনা কৰা, আৰু সিবিলাকৰ নামৰ লেখ লোৱা। [41] আৰু মোৰ অৰ্থে, (ময় যিহোৱা) তুমি ইস্ৰায়েলৰ সন্তানবিলাকৰ প্ৰথমে জন্মা আটাই মানুহৰ সলনি লেবীয়াবিলাকক, আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ প্ৰথমে জগা আটাই পশুৰ সলনি লেবীয়াবিলাকৰ পশুবোৰ গ্ৰহণ কৰা। [42] তাতে,

মোচিয়ে যিহোৱাৰ আজ্ঞাৰ দৰে, ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ প্ৰথমে জন্মা আটাই লোকবিলাকক গণনা কৰিলত, ৪৩ সিবিলাকৰ এমাহ আৰু তাতকৈ অধিক বয়সীয়া প্ৰথমে জন্মা সকলো পুৰুষৰ নামৰ সংখ্যা বাইশ হাজাৰ দুশ ত্ৰেসত্তৰ জন হল।

৪৪ পাছে যিহোৱাই মোচিক কলে, ৪৫ তুমি ইস্ৰায়েলৰ সন্তানবিলাকৰ প্ৰথমে জন্মা আটাই লোকৰ সলনি লেবীয়াবিলাকক, আৰু সিবিলাকৰ পশুবোৰৰ সলনি লেবীয়াবিলাকৰ পশুবোৰ লোৱা; লেবীয়াবিলাক মোৰেই হব; মই যিহোৱা। ৪৬ ইস্ৰায়েলৰ সন্তানবিলাকৰ প্ৰথমে জন্মাবিলাকৰ মাজত লেবীয়াবিলাকৰ সংখ্যাতকৈ বঢ়া যি দুশ ত্ৰেসত্তৰ জন লোক, সিবিলাকক মোকলাবৰ নিমিত্তে, ৪৭ তুমি সিবিলাকৰ এজন এজনৰ সলনি পাঁচ পাঁচ চেকল লবা; তুমি পবিত্ৰস্থানৰ চেকল অনুসাৰেই লবা; বিশ গেৰাই এক চেকল হয়। ৪৮ আৰু সেই সংখ্যাতকৈ বঢ়া লোকবিলাকক যি ধনেৰে মোকলোৱা হব, তাক হাৰোণক আৰু তেওঁৰ পুত্ৰবিলাকক দিবা। ৪৯ তাতে, লেবীয়াবিলাকৰ দ্বাৰায় মোকলোৱা লোকবিলাকৰ বাহিৰে যি লোক বাঢ়ি আছিল, সিবিলাকক মোকলোৱা ধন মোচিয়ে ললে; ৫০ তেওঁ ইস্ৰায়েলৰ সন্তানবিলাকৰ প্ৰথমে জন্মা লোকবিলাকৰ পৰা পবিত্ৰস্থানৰ চেকল অনুসাৰে সেই ধন এক হাজাৰ তিনি শ পঁয়ষষ্টি চেকল ললে। ৫১ পাছে যিহোৱাৰ বাক্যমতেই, যিহোৱাই মোচিক দিয়া আজ্ঞা অনুসাৰেই, মোচিয়ে সেই মোকলোৱা ধন হাৰোণক আৰু তেওঁৰ পুত্ৰবিলাকক দিলে।

*লেবীয়াবিলাকৰ পুৰুষে কৰা কাৰ্য্য, আৰু সেই কাৰ্য্য কৰা পুৰুষবিলাকক গণনা কৰা।*

**৪** পাছে যিহোৱাই মোচি আৰু হাৰোণক কলে, ২ তোমালোকে লেবীৰ সন্তানবিলাকৰ মাজত আপোন আপোন গোষ্ঠী আৰু পিতৃ-বংশ অনুসাৰে কহাতৰ সন্তানবিলাকৰ; ৩ ত্ৰিশ বছৰ বয়সৰ পৰা পঞ্চাশ বছৰ বয়সলৈকে যিমান লোক সাক্ষাৎ কৰা তাম্বুৰ কাৰ্য্য কৰিবলৈ কৰ্ম্মকাৰীবিলাকৰ শ্ৰেণীত সোমায়, সেইবিলাকৰ লেখ লোৱা। ৪ অতিশয় পবিত্ৰ বস্তুৰ বিষয়ে কহাতীয়াবিলাকে সাক্ষাৎ কৰা তাম্বুৰ কৰিব লগা কাম এই। ৫ যেতিয়া ছাউনি উঠিব লগা হব, তেতিয়া হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে ভিতৰত সোমাই, আঁৰ কৰি ৰখা প্ৰভেদক বস্ত্ৰ নমাই তাৰে সাক্ষ্য-ফলিৰ চন্দুক ঢাকিব, ৬ আৰু তাৰ ওপৰত তহচৰ ছালৰ এক আবৰণ দিব, আৰু তাৰ ওপৰত সম্পূৰ্ণ নীল বৰণীয়া বস্ত্ৰ এখন মেলি দিব; পাছে তাৰ কাণমাৰি সুমুৱাব। ৭ আৰু দৰ্শন-পিঠাৰ মেজৰ ওপৰত এখন নীল বৰণীয়া কাপৰ পাৰিব; আৰু তাৰ ওপৰত থাল, পিয়লা, বাটি, আৰু পেয় নৈবেদ্য দ্ৰাক্ষাৰসৰ পাত্ৰ থব, আৰু নিত্য পিঠা তাৰ ওপৰত ৰাখিব। ৮ সেইবোৰৰ ওপৰত সিবিলাকে ৰঙা বৰণীয়া কাপৰ এখন মেলি দিব, আৰু তহচৰ ছালৰ এক আবৰণেৰে তাক ঢাকিব; পাছে তাৰ কাণমাৰি সুমুৱাই দিব। ৯ আৰু এখন নীল বৰণীয়া কাপৰ লৈ, দীপাধাৰ, তাৰ প্ৰদীপ, শলাকাণিকটা, এঙ্গেৰুৱা-ধৰা, আৰু তাৰ পৰিচৰ্য্যা কৰা আটাই তেলৰ পাত্ৰ ঢাকিব। ১০ তাক আৰু তাৰ সকলো সঁজুলি তহচৰ ছালৰ এক আবৰণেৰে মেৰাই, বৈ নিয়া যতনৰ ওপৰত দিব। ১১ পাছে সিবিলাকে সোণৰ বেদিৰ ওপৰত নীল বৰণীয়া কাপৰ পাৰি, তহচৰ ছালৰ এক আবৰণেৰে তাক ঢাকিব; পাছে কাণমাৰি সুমুৱাই দিব। ১২ আৰু সিবিলাকে পবিত্ৰস্থানত পৰিচৰ্য্যা কৰিব লগা সকলো পাত্ৰ লৈ, নীল বৰণীয়া কাপৰেৰে মেৰাব, আৰু তহচৰ ছালৰ এক আবৰণেৰে তাক ঢাকি, বৈ নিয়া যতনৰ ওপৰত ৰাখিব। ১৩ আৰু যজ্ঞবেদিৰ পৰা ছাই পেলাই দি, তাৰ ওপৰত এখন বেঙেনা বৰণীয়া কাপৰ পাৰিব। ১৪ আৰু তাৰ ওপৰত, তাৰ পৰিচৰ্য্যা কৰিব লগা আটাই সঁজুলি অৰ্থাৎ আঙঠা-ধৰা, ত্ৰিশূল, ছাই উলিওৱা হেঁতা, তেজ ছটিওৱা পাত্ৰ আদি বেদিৰ সকলো পাত্ৰ ৰাখিব; পাছে সিবিলাকে তাৰ ওপৰত তহচৰ ছালৰ এক আবৰণ দি, কাণমাৰি সুমুৱাই দিব। ১৫ ছাউনি উঠিব লগা সময়ত, হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে পবিত্ৰস্থান আৰু পবিত্ৰস্থানৰ সকলো বস্তু এই ৰূপে ঢাকি এঁটোৱাৰ পাছে, কহাতৰ সন্তানবিলাকে তাক বৈ নিবলৈ আহিব; কিন্তু সিবিলাকে মৰা নপৰিবৰ নিমিত্তে পবিত্ৰ বস্তু চুচুঁব। কহাতৰ সন্তানবিলাকে বৈ নিব লগা,

সাক্ষাৎ করা তাম্বুর বস্তু এইবোর। [16] আরু প্রদীপর অর্থে তেল, সুগন্ধি ধূপ, নিত্য ভক্ষ্য নৈবেদ্য, আরু অভিষেকার্থক তেল হারোণ পুরোহিতর পুত্র ইলিয়াজরর জিমাত থাকিব ; গোটেই আবাস আরু তাত থকা সকলো, পবিত্রস্থান আরু তার সকলো বস্তু তেওঁর জিমাত থাকিব।

[17] পাছে যিহোৱাই মোচি আরু হারোণক কলে, [18] তোমালোকে লেবীয়াবিলাকর মাজর পরা কহাতীয়া গোষ্ঠীর বংশক উচ্ছন্ন হবলৈ নিদিবা। [19] কিন্তু, যেতিয়া সিবিলাকে অতি পবিত্রস্থানর ওচর চাপে, তেতিয়া সিবিলাক মরা নপড়ি জীয়াই থাকিবর নিমিত্তে, তোমালোকে সিবিলাকলৈ এই রূপে করিবা ; হারোণ আরু তেওঁর পুত্রবিলাকে ভিতরত সোমাই সিবিলাকর প্রতিজনক আপোন আপোন করিব লগা কামত আরু ভারত লগাব ; [20] কিন্তু সিবিলাকে মরা নপড়িবর নিমিত্তে পবিত্র বস্তু খন্তেকো চাবলৈ ভিতরলৈ নাহিব।

[21] পাছে যিহোৱাই মোচিক কলে, [22] তুমি পিতৃ-বংশ আরু গোষ্ঠী অনুসারে গের্চোনর সন্তানবিলাকরো লেখ লোৱা ; [23] ত্রিশ বছর বয়সরে পরা পঞ্চাশ বছর বয়সলৈকে যিমান লোক সাক্ষাৎ করা তাম্বুর কার্য্য করিবলৈ কর্ম্মকারীবিলাকর শ্রেণীত সোমায়, সিবিলাকক গণনা করা। [24] গের্চোনীয়া গোষ্ঠীবিলাকর ভার বোৱা কাম এই ; [25] সিবিলাকে আবাসর কাপরবোর, সাক্ষাৎ করা তাম্বু, তার আবরণ, তার ওপরত থকা তহচর ছালর আবরণ, সাক্ষাৎ করা তাম্বুর দুৱারর পর্দ্দা, [26] আবাসর আরু যজ্ঞবেদির চারিওফালে থকা চোঁতালর আঁর-কাপরবোর আরু তার দুৱারর পর্দ্দা, সেইবোরর রচি, আরু তার কাম করা আটাই হাতিয়ার, এইবোর বব, আরু এইবোরর সম্পর্কীয় যি যি কাম করিব লগা হব, তাকো করিব। [27] গের্চোনর সন্তানবিলাকর সকলো ভার বোৱা কার্য্য, হারোণ আরু তেওঁর পুত্রবিলাকর আজ্ঞা অনুসারে হব ; ভার বোৱা আটাই বস্তু তোমালোকে সিবিলাকর জিমাকৈ দিবা। [28] গের্চোনর সন্তানবিলাকর গোষ্ঠীবিলাকে সাক্ষাৎ করা তাম্বুর করিব লগা কাম এয়ে ; আরু সিবিলাকে করিব লগা কাম হারোণর পুত্র ঈথামরর জিমাত থাকিব।

[29] পাছে আপোন আপোন গোষ্ঠী আরু পিতৃ-বংশ অনুসারে মরারীর সন্তানবিলাককো তুমি গণনা করা ; [30] ত্রিশ বছর বয়সরে পরা পঞ্চাশ বছর বয়সলৈকে যিমান লোক সাক্ষাৎ করা তাম্বুর কার্য্য করিবলৈ কর্ম্মকারীবিলাকর শ্রেণীত সোমায়, সিবিলাকক গণনা করা। [31] আরু সাক্ষাৎ করা তাম্বুর সিবিলাকর সকলো কার্য্য অনুসারে সিবিলাকর জিমাত থকা সিবিলাকে বৈ নিব লগা বস্তু এই, আবাসর তক্তা, তার ডাং, খুঁটা, চুঙী, [32] আরু চোঁতালর চারিওফালে থকা খুঁটা, সেইবোরর চুঙী, খুঁটি, রচি, আরু তার আটাই কার্য্যর হাতিয়ার ; তোমালোকে নাম ধরি ধরি, সিবিলাকে বৈ নিব লগা সকলো বস্তু সিবিলাকক গতাই দিবা। [33] মরারীর সন্তানবিলাকর গোষ্ঠীবিলাকে সিবিলাকর সকলো কার্য্য অনুসারে সাক্ষাৎ করা তাম্বুর করিব লগা কার্য্য এয়ে ; সিবিলাকর কার্য্য হারোণ পুরোহিতর পুত্র ঈথামরর জিমাত থাকিব।

[34] পাছে মোচি, হারোণ, আরু মণ্ডলীর অধ্যক্ষসকলে কহাতর সন্তানবিলাকর গোষ্ঠী আরু পিতৃ-বংশ অনুসারে, [35] সিবিলাকর মাজর ত্রিশ বছর বয়সরে পরা পঞ্চাশ বছর বয়সলৈকে যিমান লোক সাক্ষাৎ করা তাম্বুর কার্য্য করিবলৈ কর্ম্মকারীবিলাকর শ্রেণীত সোমাল, সিবিলাকক গণনা করিলে। [36] তাতে সিবিলাকর গোষ্ঠী অনুসারে সিবিলাকর গণিত লোক দুই হাজার সাত শ পঞ্চাশ জন হল। [37] মোচির দ্বারায় দিয়া যিহোৱার আজ্ঞামতে যিবিলাকক মোচি আরু হারোণে গণনা করিলে, সাক্ষাৎ করা তাম্বুর কাম করা, কহাতীয়া গোষ্ঠীবিলাকর সেই গণিত লোক এইবিলাক।

[38] গের্চোনর সন্তানবিলাকর মাজত যিবিলাকক আপোন আপোন গোষ্ঠী আরু পিতৃ-বংশ অনুসারে গণনা করা হল, [39] ত্রিশ বছর বয়সরে পরা পঞ্চাশ বছর বয়সলৈকে যিমান লোক সাক্ষাৎ করা তাম্বুর কাম করিবলৈ কর্ম্মকারীবিলাকর শ্রেণীত সোমাল, [40] আপোন আপোন গোষ্ঠী আরু পিতৃ-বংশ অনুসারে সিবিলাকর মাজর সেই গণিত লোক দুই হাজার ছশ ত্রিশ জন হল। [41] যিহোৱাই আজ্ঞা করার দরে মোচি আরু হারোণে যিবিলাকক গণনা করিলে, সাক্ষাৎ করা

তাম্বুর কার্য্য করা গের্চোনর গোষ্ঠীবিলাকর সেই গণিত লোক এইবিলাক।

[৪২] আরু মরারীর সন্তানবিলাকর গোষ্ঠীবিলাকর মাজত যিবিলাকক আপোন আপোন গোষ্ঠী আরু পিতৃ-বংশ অনুসারে গণনা করা হল, [৪৩] ত্রিশ বছর বয়সরে পরা পঞ্চাশ বছর বয়সলৈকে যিমান লোক সাক্ষাৎ করা তাম্বুর কার্য্য করিবলৈ কর্ম্মকারীবিলাকর শ্রেণীত সোমাল, [৪৪] আপোন আপোন গোষ্ঠী অনুসারে সিবিলাকর মাজর সেই গণিত লোক তিনি হাজার দুশ জন হল। [৪৫] মোচির দ্বারায় যিহোবাই আজ্ঞা করার দরে মোচি আরু হারোণে যিবিলাকক গণনা করিলে, মরারীর সন্তানবিলাকর গোষ্ঠীবিলাকর সেই গণিত লোক এইবিলাক।

[৪৬] আপোন আপোন গোষ্ঠী আরু পিতৃ-বংশ অনুসারে, মোচি, হারোণ, আরু ইস্রায়েলর অধ্যক্ষসকলে গণনা করা, লেবীয়া লোকবিলাকর যিমান লোকক গণনা করা হল, [৪৭] ত্রিশ বছর বয়সরে পরা পঞ্চাশ বছর বয়সলৈকে যিমান লোক দাস্যকর্ম্ম করিবলৈ, সাক্ষাৎ করা তাম্বুর ভার বোব্ধা কাম করিবলৈ সোমাল, [৪৮] সিবিলাকর মাজর সেই গণিত লোক আঁঠ হাজার পাঁচ শ আশী জন হল। [৪৯] কি কি কামত আরু কি কি ভারত কিমান মানুহ লাগিব, তাক যিহোবার আজ্ঞার দরে মোচির দ্বারায় গণনা করা হল। এই রূপে মোচিক দিয়া যিহোবার আজ্ঞা অনুসারেই সিবিলাক তেওঁর দ্বারায় গণিত হল।

কুষ্ঠ আদি রোগীক বাহির করা। পরপুরুষে সৈতে ব্যভিচার করা তিরুতা, অন্তর্জ্বালা আদি বিষয়র বিধি।

**৫** তার পাছে যিহোবাই মোচিক কলে, [২] তুমি প্রতিজন কুষ্ঠরোগীক, আরু গার পরা কিবা বৈ থকা প্রতিজন রোগীক, আরু মরা শব চুই অশুচি হোবা প্রতিজনক ছাউনির পরা বাহির করিবলৈ, ইস্রায়েলর সন্তানবিলাকক আজ্ঞা করা। [৩] তোমালোকে পুরুষ আরু স্ত্রী দুয়োকো বাহির করিব লাগে; সিবিলাকর যি ছাউনির মাজত ময় বাস করোঁ, সিহঁতে তাক অশুচি নকরিবলৈ, সিহঁতক ছাউনির পরা বাহির করিব লাগে। [৪] তেতিয়া ইস্রায়েলর সন্তানবিলাকে সেই রূপেই কার্য্য করিলে, সিহঁতক ছাউনির পরা বাহির করি দিলে; মোচিক দিয়া যিহোবার আজ্ঞা অনুসারেই ইস্রায়েলর সন্তানবিলাকে সেই কার্য্য করিলে।

[৫] পাছে যিহোবাই মোচিক কলে, [৬] তুমি ইস্রায়েলর সন্তানবিলাকক কোবা, পুরুষ হওক, কি স্ত্রীয়েই হওক, যদি কোনোবাই মানুহে করা কোনো পাপ করি যিহোবার অহিতে অপরাধ করে, আরু সেই মানুহ দোষী হয়, [৭] তেন্তে সেই পুরুষ কি স্ত্রীয়ে আপুনি করা পাপ স্বীকার করিব লাগিব, আরু যি বস্তুর বাবে সি দোষ করে, সি সম্পূর্ণরূপে তার ক্ষতিপূরণ করিব লাগিব, আরু পাঁচ ভাগর এভাগ বেচীকৈ দিব লাগিব, যার অহিতে দোষ করে, তাক দিব লাগিব। [৮] আরু যাক দোষর বাবে ক্ষতিপূরণ করা যাব পারে, এনে ওচর-সম্বন্ধীয়া যদি সেই মানুহর নেথাকে, তেন্তে, যি প্রায়শ্চিত্তর মটা মেরটোর দ্বারায় তাক প্রায়শ্চিত্ত করা হব, সেই মেরটোর বাহিরে, দোষর বাবে যিহোবার উদ্দেশে করিব লগা ক্ষতিপূরণ পুরোহিতে পাব। [৯] আরু ইস্রায়েলর সন্তানবিলাকে আপোনাবিলাকর পবিত্র বস্তুর মাজর যিমান উত্তোলনীয় উপহার পুরোহিতর গুরিলৈ আনিব, সেই সকলো তেওঁরেই হব। [১০] প্রতিজনর পবিত্রীকৃত বস্তু তেওঁরেই হব; মানুহে যি কোনো বস্তু পুরোহিতক দিব, সিও তেওঁরেই হব।

[১১] আরু যিহোবাই মোচিক কলে, [১২] তুমি ইস্রায়েলর সন্তানবিলাকক কোবা, কোনো মানুহর তিরুতাই যদি অবাটে গৈ, তার বিরুদ্ধে সত্য-লঙ্ঘন করে, [১৩] অর্থাৎ গিরিয়েকে নেদেখাকৈ আন পুরুষে যদি তাইরে সৈতে শয়ন করি বীর্য্যপাত করে, তাই গুপুতে অশুচি হয়, তাইর অহিতে সাক্ষী নেথাকে, আরু তাই ধরা নপড়ে, [১৪] আরু ঘৈণীয়েক অশুচি হলে, গিরিয়েকর অন্তর্জ্বালাযুক্ত মন হয়, সি আপোন ঘৈণীয়েকলৈ অন্তর্জ্বালারে জ্বলে, নাইবা ঘৈণীয়েক অশুচি নহলেও, যদি তার অন্তর্জ্বালাযুক্ত মন হয়, সি আপোন ঘৈণীয়েকলৈ অন্তর্জ্বালারে জ্বলে, [১৫] তেন্তে সেই পুরুষে আপোনার তিরুতাক পুরোহিতর ওচরলৈ আনিব, আরু তাইর নিমিত্তে তাইর উপহার, অর্থাৎ ঐফার দহ ভাগর এভাগ

যৱৰ আটাগুড়ি আনিব ; কিন্তু তাৰ ওপৰত তেল নেঢালিব, আৰু কুন্দুৰু নিদিব ; কিয়নো সেয়ে অন্তৰ্জ্জালাৰ ভক্ষ্য নৈবেদ্য, অপৰাধ সোঁৱৰণ কৰাওঁতা স্মৰণাৰ্থক ভক্ষ্য নৈবেদ্য ; [১৬] পাছে পুৰোহিতে সেই তিৰুতাক আনি যিহোৱাৰ আগত উপস্থিত কৰিব। [১৭] আৰু পুৰোহিতে মাটিৰ পাত্ৰত পবিত্ৰ জল ৰাখি, আবাসৰ মজিয়াৰ কিছু ধুলি লৈ সেই জলত দিব। [১৮] পাছে পুৰোহিতে সেই তিৰুতাক যিহোৱাৰ আগত উপস্থিত কৰি, তাইৰ মূৰৰ চুলি মুকলি কৰিবলৈ দিব, আৰু সেই স্মৰণাৰ্থক নৈবেদ্য, অন্তৰ্জ্জালাৰ ভক্ষ্য নৈবেদ্য তাইৰ হাতত থব, আৰু শাও জন্মাওঁতা সেই তিতা পানী পুৰোহিতে আপোনাৰ হাতত লব। [১৯] আৰু পুৰোহিতে সেই তিৰুতাক শপথ কৰাই কব, কোনো পুৰুষে যদি তোমাৰে সৈতে শয়ন কৰা নাই, আৰু তুমি আপোন স্বামীৰ অধীন হৈ অশুচি হবলৈ অবাটে যোৱা নাই, তেন্তে শাও জন্মাওঁতা এই তিতা পানী তোমালৈ নিষ্ফল হব। [২০] কিন্তু তুমি আপোন স্বামীৰ অধীন হৈয়ো যদি অবাটে গৈ অশুচি হলা, আৰু তোমাৰ স্বামীৰ বাহিৰে আন কোনো পুৰুষে যদি তোমাৰ লগত শয়ন কৰিলে, [২১] তেন্তে যিহোৱাই তোমাৰ কৰঙন শুকুৱাই আৰু তোমাৰ পেট উথহাই তোমাৰ লোকবিলাকৰ মাজত তোমাক শাও আৰু শপথৰ বিষয় কৰিব ; [২২] আৰু এই শাও জন্মাওঁতা পানী তোমাৰ পেট উথহাবলৈ আৰু কৰঙন শুকুৱাবলৈ তোমাৰ পেটত সোমাব, এইবোৰ কথা কৈ পুৰোহিতে শাও জন্মাওঁতা শপথেৰে সেই তিৰুতাক শপথ কৰাব ; তেতিয়া সেই তিৰুতাই, এনে হওক, এনে হওক, এই বুলি কব। [২৩] আৰু পুৰোহিতে এইবোৰ শাও এখনী পুথীত লিখিব, আৰু মচি সেই তিতা পানীত পেলাই দিব। [২৪] পাছে পুৰোহিতে সেই শাও জন্মাওঁতা তিতা পানী সেই তিৰুতাক পান কৰাব ; তাতে সেই শাও জন্মাওঁতা তিতা পানী তাইৰ পেটত সোমাই তিতা হব। [২৫] পুৰোহিতে সেই তিৰুতাৰ হাতৰ পৰা সেই অন্তৰ্জ্জালাৰ ভক্ষ্য নৈবেদ্য লৈ যিহোৱাৰ সাক্ষাতে দোলাই যজ্ঞবেদিৰ ওচৰলৈ আনিব। [২৬] আৰু পুৰোহিতে সেই ভক্ষ্য নৈবেদ্যৰ এমুঠি লৈ, তাৰ স্মৰণাৰ্থক অংশস্বৰূপে যজ্ঞবেদিৰ ওপৰত দগ্ধ কৰিব ; পাছে তেওঁ সেই তিৰুতাক সেই পানী পান কৰাব। [২৭] আৰু তাই যদি আপোন স্বামীৰ বিৰুদ্ধে কুকৰ্ম্ম কৰি অশুচি হৈছে, তেন্তে তিৰুতাক পানী খুউৱাৰ পাছে, সেই শাও জন্মাওঁতা পানী তাইৰ পেটত সোমাই তিতা হব, তাইৰ পেট উথহিব, আৰু কৰঙন শুকাই যাব ; আৰু সেই তিৰুতা আপোন লোকবিলাকৰ মাজত শাওৰ বিষয় হব। [২৮] আৰু যদি সেই তিৰুতা অশুচি নহৈ শুচি আছে, তেন্তে তাই শাওৰ পৰা মুক্ত হব, আৰু গৰ্ভধাৰণ কৰিব। [২৯] যেতিয়া কোনো তিৰুতাই আপোন স্বামীৰ অধীন হৈয়ো অবাটে গৈ অশুচি হয়, [৩০] বা যেতিয়া কোনো মানুহৰ অন্তৰ্জ্জালাযুক্ত মন হৈ, সি আপোনাৰ ঘৈণীয়েকলৈ অন্তৰ্জ্জালাৰে জ্বলে, সেই সময়ৰ এই বিধি ; সেই সময়ত সি সেই তিৰুতাক যিহোৱাৰ আগত উপস্থিত কৰিব, আৰু পুৰোহিতে তাইৰ বিষয়ে এই সকলো বিধি পালন কৰিব। [৩১] তাতে সেই পুৰুষ অপৰাধৰ পৰা মুক্ত হব, আৰু সেই তিৰুতাই আপোন অপৰাধৰ ফল ভোগ কৰিব।

নাচৰীয়া লোকৰ, আৰু আশীৰ্ব্বাদৰ বিধি।

৬ পাছে যিহোৱাই মোচিক কলে, [২] তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, কোনো পুৰুষ কি স্ত্ৰীয়ে যিহোৱাৰ উদ্দেশে পৃথক হৈ থাকিবৰ নিমিত্তে, যেতিয়া বিশেষ ব্ৰত, নাচৰীয়া ব্ৰত ধৰিব, [৩] তেতিয়া সি দ্ৰাক্ষাৰস আৰু সুৰাপানৰ পৰা পৃথক হৈ থাকিব, দ্ৰাক্ষাৰসৰ চিৰ্কা বা সুৰাৰ চিৰ্কা পান নকৰিব, আৰু দ্ৰাক্ষাগুটিৰ পৰা চেপি উলিওৱা নতুন ৰসকো পান নকৰিব, আৰু কেঁচা কি শুকান দ্ৰাক্ষাগুটি নেখাব। [৪] সি পৃথকে থকা সকলো কালত, গুটিৰ পৰা বাকলিলৈকে দ্ৰাক্ষাগুটিৰে যুগুত কৰা কোনো বস্তু ভোজন নকৰিব। [৫] আৰু ব্ৰত ধৰি পৃথকে থকা সকলো কালত তাৰ মূৰত ক্ষুৰ নলগাব ; যিহোৱাৰ উদ্দেশে পৃথকে থকা দিনৰ সংখ্যা পূৰ নহয়মানে, সি পবিত্ৰ হৈ থাকিব, আপোনাৰ মূৰৰ চুলি বাঢ়িবলৈ দিব। [৬] সি যেতিয়ালৈকে যিহোৱাৰ উদ্দেশে পৃথকে থাকে, তেতিয়ালৈকে কোনো মৰা শৱৰ ওচৰলৈ নেযাব। [৭] তাৰ বাপেক বা মাক, ককায়েক বা ভনীয়েক মৰিলে,

সি সিবিলাকর নিমিত্তে আপোনাকে অশুচি নকরিব; কিয়নো তার মূরত আপোন ঈশ্বরর উদ্দেশে পৃথক হৈ থকার চিন আছে। [৮] সি পৃথক হৈ থকা সকলো কালত যিহোৱার উদ্দেশে পবিত্র হৈ থাকিব। [৯] আরু যদি কোনো মানুহ অকস্মাৎ তার ওচরত মরাত, সি পৃথক হৈ থকার চিন লগা আপোনার মূর অশুচি করে, তেন্তে সি শুচি হোৱা দিনা, আপোনার মূর ক্ষুরাব, সপ্তম দিনাই তাক ক্ষুরাব। [১০] অষ্টম দিনা সি ছুটা কপৌ, বা ছুটা পার পোৱালি সাক্ষাৎ করা তাম্বুর দুৱার-মুখলৈ পুরোহিতর গুরিলৈ আনিব। [১১] আরু পুরোহিতে তারে এটা পাপার্থক বলিস্বরূপে, আরু আন্‌টো হোম-বলিস্বরূপে উৎসর্গ করি, মরা শবর নিমিত্তে হোৱা পাপর কারণে তাক প্রায়শ্চিত্ত করিব; আরু সেই দিনাই সি আপোন মূর পবিত্র করিব। [১২] আরু আপুনি পৃথক হৈ থাকিব লগা আটাই দিন সি যিহোৱার উদ্দেশে পুনরায় পৃথক হৈ থাকিব; আরু দোষার্থক বলিস্বরূপে এটা এবছরীয়া মের পোৱালি আনিব। তার পৃথক-স্থিতি অশুচি হোৱা হেতুকে, সি পূর্ব্বে ধরা ব্রতর দিনবোর মিছা হব।

[১৩] নাচরীয়া লোক পৃথক হৈ থকা কাল পূর হলে, সি পালন করিব লগা বিধি এই। তাক সাক্ষাৎ করা তাম্বুর দুৱার-মুখলৈ অনা হব। [১৪] পাছে সি হোম-বলির নিমিত্তে এটা এবছরীয়া নির্দ্দোষী মটা মের পোৱালি, পাপার্থক বলির নিমিত্তে এজনী এবছরীয়া নির্দ্দোষী চেঁউরী মের পোৱালি, আরু মঙ্গলার্থক বলির নিমিত্তে এটা নির্দ্দোষী মটা মের, [১৫] আরু সেইবোরর ভক্ষ্য নৈবেদ্য আরু পেয় নৈবেদ্যই সৈতে এখরাহি খমীর নিদিয়া পিঠা, অর্থাৎ তেল মিহলোৱা মিহি আটাগুড়ির বিন্ধা থকা পিঠা কেইটামান, আরু খমীর নিদিয়া তেল ঢলা পাতল চাকলীয়া পিঠা কেইটামান, এই সকলো উপহার যিহোৱার উদ্দেশে উৎসর্গ করিবলৈ আনিব। [১৬] তাতে পুরোহিতে এই সকলোকে যিহোৱার আগলৈ আনি তার পাপার্থক বলি আরু হোম-বলি উৎসর্গ করিব। [১৭] পাছে খমীর নিদিয়া পিঠার খরাহিটোৱে সৈতে মঙ্গলার্থক বলির মেরটো যিহোৱার উদ্দেশে উৎসর্গ করিব; পুরোহিতে তার লগর ভক্ষ্য নৈবেদ্য আরু পেয় নৈবেদ্যও উৎসর্গ করিব। [১৮] পাছে নাচরীয়া লোকে সাক্ষাৎ করা তাম্বুর দুৱার-মুখত, আপুনি পৃথক হৈ থকার চিন লগা মূর ক্ষুরাই, পৃথকে থকার চিন যি মূরর চুলি, তাক লৈ, মঙ্গলার্থক বলির তলত থকা অগ্নিত পেলাই দিব। [১৯] আরু নাচরীয়া লোকে পৃথক থকার চিন লগা মূর ক্ষুরুৱার পাছে, পুরোহিতে পানীত সিজোৱা মেরর আগ-পিরাটো, আরু খরাহির পরা খমীর নিদীয়া বিন্ধা থকা পিঠা এটা, আরু খমীর নিদিয়া পাতল চাকলীয়া পিঠা এটা লৈ, নাচরীয়া লোকর হাতত দিব। [২০] আরু পুরোহিতে সেই সকলোকে দোলনীয় নৈবেদ্যস্বরূপে যিহোৱার সাক্ষাতে দোলাব; দোলনীয় আমঠু আরু উত্তোলনীয় পাছ-পিরাই সৈতে সেয়ে পুরোহিতর অর্থে পবিত্র হব। তার পাছত নাচরীয়া লোকে দ্রাক্ষারস পান করিব পারিব। [২১] নাচরীয়া ব্রত ধরোঁতা মানুহর, আরু পৃথকে থকার নিমিত্তে যিহোৱাক দিব লগা তার উপহারর এই বিধি; ইয়ার বাহিরে সি আপোনার শক্তি অনুসারে যি অলপ দিবলৈ আগ করে, তাকো দিব; সি যি ব্রত ধরে, সেই ব্রত অনুসারে সি আপুনি পৃথকে থকা বিধি পালন করিব লাগে।

[২২] পাছে যিহোৱাই মোচিক কলে, তুমি হারোণক আরু তেওঁর পুত্রবিলাকক কোৱা, [২৩] তোমালোকে ইস্রায়েলর সন্তানবিলাকক এই রূপে আশীর্ব্বাদ করিবা; তোমালোকে সিবিলাকক এই রূপে কবা,

[২৪] যিহোৱাই তোমাক আশীর্ব্বাদ করি রাখোক।

[২৫] যিহোৱাই তোমালৈ আপোন মুখ উজ্জ্বল করোক, আরু তোমাক অনুগ্রহ করোক।

[২৬] যিহোৱাই তোমালৈ দৃষ্টি করোক, আরু তোমাক শান্তি দান করোক।

[২৭] এই রূপে সিবিলাকে ইস্রায়েলর সন্তানবিলাকর ওপরত মোর নাম স্থাপন করিব; তাতে মই সিবিলাকক আশীর্ব্বাদ করিম।

ইস্রায়েলর অধ্যক্ষসকলে দিয়া উপহার।

৭ পাছে যি দিনা মোচিয়ে আবাস স্থাপন

করি এঁটালে, আৰু তাক অভিষেক ও পবিত্র করিলে, আৰু তাৰ সকলো বস্তু, যজ্ঞবেদি আৰু তাৰ সকলো সঁজুলি অভিষেক ও পবিত্র করিলে, [২] সেই দিনা ইস্রায়েলৰ অধ্যক্ষ পিতৃ-বংশৰ মূল মানুহবিলাকে আপোন আপোন উপহাৰ আনিলে; তেওঁবিলাক কৈদবিলাকৰ অধ্যক্ষ; তেওঁবিলাক গণিত লোকবিলাকৰ ওপৰত নিযুক্ত লোক। [৩] তেওঁবিলাকে যিহোৱাৰ উদ্দেশে আপোন আপোন উপহাৰস্বৰূপে ঢাকনি থকা ছ-খন গাড়ী, বাৰটা গৰু, অৰ্থাৎ দুজন দুজন অধ্যক্ষই এখন এখন গাড়ী, আৰু প্ৰতিজনে এটা এটা গৰু আনি আবাসৰ আগত উপস্থিত করিলে। [৪] তেতিয়া যিহোৱাই মোচিক কলে, [৫] সাক্ষাৎ কৰা তাম্বুৰ কামত লগাবৰ নিমিত্তে, তুমি সিবিলাকৰ পৰা সেইবোৰ লোৱা, আৰু তুমি সেই সকলোকে লেবীয়াবিলাকক দিবা, অৰ্থাৎ এক এক দলক আপোন আপোন কাৰ্য্য অনুসাৰে দিবা। [৬] পাছে সেই সকলো গাড়ী আৰু গৰু লৈ লেবীয়াবিলাকক দিলে। [৭] গেৰ্চোনৰ সন্তান-বিলাকক সিবিলাকৰ কাৰ্য্য অনুসাৰে দুখন গাড়ী আৰু চাইটা গৰু দি, [৮] আৰু মৰাৰীৰ সন্তানবিলা-কক সিবিলাকৰ কাৰ্য্য অনুসাৰে চাৰিখন গাড়ী আৰু আঁঠোটা গৰু দি, হাৰোণ পুৰোহিতৰ পুত্ৰ ঈথামৰক চম্‌জাই দিলে। [৯] কিন্তু কহাতৰ সন্তানবিলাকক একোকে নিদিলে; কিয়নো পবিত্ৰস্থানৰ বস্তুবোৰৰ ভাৰ সিবিলাকৰ ওপৰত আছিল; সিবিলাকে কান্ধত্‌কৈ ভাৰ বয়। [১০] পাছে যজ্ঞবেদি অভিষেক কৰা দিনা, অধ্যক্ষ-বিলাকে তাৰ প্ৰতিষ্ঠাৰ অৰ্থে উপহাৰ আনিলে; তেওঁবিলাকে আপোন আপোন উপহাৰ যজ্ঞ-বেদিৰ আগত উপস্থিত করিলে। [১১] আৰু যিহোৱাই মোচিক কলে; এজন এজন অধ্যক্ষই এদিন এদিন যজ্ঞবেদিৰ প্ৰতিষ্ঠাৰ অৰ্থে আপোন আপোন উপহাৰ আনিব লাগে।

[১২] তাতে প্ৰথম দিনা যিহূদা কৈদৰ অম্মীনা-দবৰ পুত্ৰ নহচোনে আপোনাৰ উপহাৰ আনিলে। তেওঁৰ উপহাৰ এই, [১৩] পবিত্ৰস্থানৰ চেকল অনু-সাৰে এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন থাল, আৰু সত্তৰ চেকল জোখৰ ৰূপৰ এটা বাটি, এই দুটা পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা মিহি আটাগুড়িৰে ভৰা আছিল; [১৪] ধূপেৰে পূৰ হোৱা দহ চেকল জোখৰ সোণৰ এটা পিয়লা; [১৫] হোমৰ অৰ্থে এটা দমৰা গৰু, এটা মটা মেৰ, আৰু এটা এবছৰীয়া মটা মেৰ পোৱালি; [১৬] পাপাৰ্থক বলিৰ নিমিত্তে এটা মটা ছাগ; [১৭] আৰু মঙ্গলাৰ্থক বলিৰ নিমিত্তে দুটা গৰু, পাঁচোটা মটা মেৰ, পাঁচোটা মটা ছাগ, আৰু পাঁচোটা এবছৰীয়া মটা মেৰ পোৱালি। এয়ে অম্মীনাদবৰ পুত্ৰ নহ্‌চোনৰ উপহাৰ।

[১৮] দ্বিতীয় দিনা ইচাখৰৰ অধ্যক্ষ চুৱাৰৰ পুত্ৰ নথনেলে আপোনাৰ উপহাৰ আনিলে। [১৯] তেওঁ অনা উপহাৰ এই, পবিত্ৰস্থানৰ চেকল অনুসাৰে এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন থাল, আৰু সত্তৰ চেকল জোখৰ ৰূপৰ এটা বাটি, এই দুটা পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা মিহি আটাগুড়িৰে ভৰা আছিল; [২০] ধূপেৰে পূৰ হোৱা দহ চেকল জোখৰ সোণৰ এটা পিয়লা; [২১] হোমৰ অৰ্থে এটা দমৰা গৰু, এটা মটা মেৰ, আৰু এটা এবছৰীয়া মটা মেৰ পোৱালি; [২২] পাপাৰ্থক বলিৰ নিমিত্তে এটা মটা ছাগ; [২৩] আৰু মঙ্গলাৰ্থক বলিৰ নিমিত্তে দুটা গৰু, পাঁচোটা মটা মেৰ, পাঁচোটা মটা ছাগ, আৰু পাঁচোটা এবছৰীয়া মটা মেৰ পোৱালি। এয়ে চুৱাৰৰ পুত্ৰ নথনেলৰ উপহাৰ।

[২৪] তৃতীয় দিনা জবূলূনৰ সন্তানবিলাকৰ অধ্যক্ষ হেলোনৰ পুত্ৰ ইলীয়াবে উপহাৰ আনিলে। [২৫] তেওঁৰ উপহাৰ এই, পবিত্ৰস্থানৰ চেকল অনু-সাৰে এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন থাল, আৰু সত্তৰ চেকল জোখৰ ৰূপৰ এটা বাটি, এই দুটা পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা মিহি আটাগুড়িৰে ভৰা আছিল; [২৬] ধূপেৰে পূৰ হোৱা দহ চেকল জোখৰ সোণৰ এটা পিয়লা; [২৭] হোমৰ অৰ্থে এটা দমৰা গৰু, এটা মটা মেৰ, আৰু এটা এবছৰীয়া মটা মেৰ পোৱালি; [২৮] পাপাৰ্থক বলিৰ নিমিত্তে এটা মটা ছাগ; [২৯] আৰু মঙ্গলাৰ্থক বলিৰ নিমিত্তে দুটা গৰু, পাঁচোটা মটা মেৰ, পাঁচোটা মটা ছাগ, আৰু পাঁচোটা এবছৰীয়া মটা মেৰ পোৱালি। এয়ে হেলোনৰ পুত্ৰ ইলীয়াবৰ উপহাৰ।

[৩০] চতুৰ্থ দিনা ৰূবেণৰ সন্তানবিলাকৰ অধ্যক্ষ চদেয়ূৰৰ পুত্ৰ ইলীচূৰে উপহাৰ আনিলে।

৩১ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনু-সারে এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি আটাগুড়িরে ভরা আছিল; ৩২ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর এটা পিয়লা; ৩৩ হোমর অর্থে এটা দমরা গরু, এটা মটা মের, আরু এটা এবছরীয়া মটা মের পোৱালি; ৩৪ পাপার্থক বলির নিমিত্তে এটা মটা ছাগ; ৩৫ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি। এয়ে চদেয়ূরর পুত্র ইলীচূরর উপহার।

৩৬ পঞ্চম দিনা চিমিয়োনর সন্তানবিলাকর অধ্যক্ষ চূরীচদ্দয়র পুত্র চলূমীয়েলে উপহার আনিলে। ৩৭ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনুসারে এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি আটাগুড়িরে ভরা আছিল; ৩৮ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর এটা পিয়লা; ৩৯ হোমর অর্থে এটা দমরা গরু, এটা মটা মের, আরু এটা এবছরীয়া মটা মের পোৱালি; ৪০ পাপার্থক বলির নিমিত্তে এটা মটা ছাগ; ৪১ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি। এয়ে চূরীচদ্দয়র পুত্র চলূমীয়েলর উপহার;

৪২ ষষ্ঠ দিনা গাদর সন্তানবিলাকর অধ্যক্ষ দূয়েলর পুত্র ইলিয়াচফে উপহার আনিলে। ৪৩ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনু-সারে এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি আটাগুড়িরে ভরা আছিল; ৪৪ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর এটা পিয়লা; ৪৫ হোমর অর্থে এটা দমরা গরু, এটা মটা মের, আরু এটা এবছরীয়া মটা মের পোৱালি; ৪৬ পাপার্থক বলির নিমিত্তে এটা মটা ছাগ; ৪৭ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি। এয়ে দূয়েলর পুত্র ইলিয়াচফর উপহার।

৪৮ সপ্তম দিনা ইফ্রয়িমর সন্তানবিলাকর অধ্যক্ষ অম্মীহূদর পুত্র ইলীচামাই উপহার আনিলে। ৪৯ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনুসারে এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি আটাগুড়িরে ভরা আছিল; ৫০ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর এটা পিয়লা; ৫১ হোমর অর্থে এটা দমরা গরু, এটা মটা মের, আরু এটা এবছরীয়া মটা মের পোৱালি; ৫২ পাপার্থক বলির নিমিত্তে এটা মটা ছাগ; ৫৩ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি। এয়ে অম্মীহূদর পুত্র ইলীচামার উপহার।

৫৪ অষ্টম দিনা মনচির সন্তানবিলাকর অধ্যক্ষ পদাচূরর পুত্র গমলীয়েলে উপহার আনিলে। ৫৫ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনু-সারে এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি আটাগুড়িরে ভরা আছিল; ৫৬ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর এটা পিয়লা; ৫৭ হোমর অর্থে এটা দমরা গরু, এটা মটা মের, আরু এটা এবছরীয়া মটা মের পোৱালি; ৫৮ পাপার্থক বলির নিমিত্তে এটা মটা ছাগ; ৫৯ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি। এয়ে পদাচূরর পুত্র গমলীয়েলর উপহার।

৬০ নৱম দিনা বিন্যামীনর সন্তানবিলাকর অধ্যক্ষ গিদিয়োনীর পুত্র অবীদানে উপহার আনিলে। ৬১ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনুসারে এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি আটাগুড়িরে ভরা আছিল; ৬২ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর

এটা পিয়লা ; ৬৩ হোমর অর্থে এটা দমরা গরু, এটা মটা মের, ৬৪ আরু এটা এবছরীয়া মটা মের পোৱালি ; পাপার্থক বলির নিমিত্তে এটা মটা ছাগ ; ৬৫ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি । এয়ে গিদিয়োনীর পুত্র অবীদানর উপহার ।

৬৬ দশম দিনা দানর সন্তানবিলাকর অধ্যক্ষ অম্মীচদ্দয়র পুত্র অহীয়েজরে উপহার আনিলে । ৬৭ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনুসারে এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু আরু সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি আটাগুড়িরে ভরা আছিল ; ৬৮ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর এটা পিয়লা ; ৬৯ হোমর অর্থে এটা দমরা গরু, এটা মটা মের, আরু এটা এবছরীয়া মটা মের পোৱালি ; ৭০ পাপার্থক বলির নিমিত্তে এটা মটা ছাগ ; ৭১ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি । এয়ে অম্মীচদ্দয়র পুত্র অহীয়েজরর উপহার ।

৭২ একাদশ দিনা আচেরর সন্তানবিলাকর অধ্যক্ষ অক্রণর পুত্র পগীয়েলে উপহার আনিলে । ৭৩ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনু-সারে এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি আটাগুড়িরে ভরা আছিল ; ৭৪ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর এটা পিয়লা ; ৭৫ হোমর অর্থে এটা দমরা গরু, এটা মটা মের, আরু এটা এবছরীয়া মটা মের পোৱালি ; ৭৬ পাপার্থক বলির নিমিত্তে এটা মটা ছাগ ; ৭৭ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি । এয়ে অক্রণর পুত্র পগীয়েলর উপহার ।

৭৮ দ্বাদশ দিনা নপ্তালীর সন্তানবিলাকর অধ্যক্ষ ঐননর পুত্র অহীরাই উপহার আনিলে । ৭৯ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনু-সারে এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি আটাগুড়িরে ভরা আছিল ; ৮০ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর এটা পিয়লা ; ৮১ হোমর অর্থে এটা দমরা গরু, এটা মটা মের, আরু এটা এবছরীয়া মটা মের পোৱালি ; ৮২ পাপার্থক বলির নিমিত্তে এটা মটা ছাগ ; ৮৩ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি । এয়ে ঐননর পুত্র অহীরার উপহার ।

৮৪ যজ্ঞবেদি অভিষেক করা দিনা, তার প্রতিষ্ঠার অর্থে, এইবোর উপহার ইস্রায়েলর অধ্যক্ষসকলর দ্বারায় দিয়া হল ; রূপর বারখন থাল, রূপর বারটা বাটি, আরু সোণর বারটা পিয়লা ; ৮৫ তার প্রতিখন থাল এশ ত্রিশ চেকল জোখর রূপর, আরু প্রত্যেক বাটি সত্তর চেকল জোখর রূপর আছিল ; সর্ব্বমোট এই সকলো পাত্রর রূপ পবিত্রস্থানর চেকল অনুসারে দুই হাজার চারি শ চেকল আছিল ; ৮৬ ধূপেরে পূর হোৱা সোণর বারটা পিয়লা ; প্রত্যেক পিয়লা পবিত্রস্থানর চেকল অনুসারে দহ চেকল জোখর সোণর ; আটাই কেইটা পিয়লার সোণ সর্ব্বমোট এশ বিশ চেকল আছিল ; ৮৭ হোমর অর্থে সর্ব্বমোট বারটা দমরা গরু, বারটা মটা মের, বারটা এবছরীয়া মটা মের পোৱালি, আরু সেইবোরর ভক্ষ্য নৈবেদ্য ; পাপার্থক বলির নিমিত্তে বারটা মটা ছাগ ; ৮৮ আরু মঙ্গলার্থক বলির নিমিত্তে সর্ব্বমোট চব্বিশটা গরু, ষাইঠ্টা মটা মের, ষাইঠ্টা মটা ছাগ, আরু ষাইঠ্টা এবছরীয়া মটা মের পোৱালি । যজ্ঞবেদি অভিষেক করার পাছে, তার প্রতিষ্ঠা করার উপহার এইবোর । ৮৯ পাছে মোচিয়ে যেতিয়া ঈশ্বরে সৈতে কথা হবলৈ সাক্ষাৎ করা তাম্বুত সোমাল, তেতিয়া সাক্ষ্য-ফলির চন্দুকর ওপরত থকা পাপাবরণর পরা, করূব দুটার মাজর পরা আপোনাত কথা কোৱা ঈশ্বরর বাক্যর শবদ শুনিলে ; এইরূপে তেওঁ মোচিক কথা কলে ।

লেবীয়াবিলাকক উৎসর্গ করা।

৮ তার পাছে যিহোৱাই মোচিক কলে, ২ তুমি হারোণক কোৱা, যেতিয়া তুমি প্রদীপবোর জ্বলাবা, তেতিয়া সেই সাতোটা প্রদীপ দীপাধারর সম্মুখত পোহর করাকৈ রাখিবা। ৩ তাতে হারোণে সেই রূপে করিলে: মোচিক দিয়া যিহোৱার আজ্ঞা অনুসারেই দীপাধারর সম্মুখত পোহর করাকৈ তেওঁ প্রদীপবোর জ্বলালে। ৪ সেই দীপাধার সোণ পিটাই সজা, গা ডাগর পরা ফুললৈকে তাক সোণ পিটাই সজা; যিহোৱাই মোচিক দেখুউৱা নমুনার দরেই তেওঁ সেই দীপাধার সাজিলে।

৫ পাছে যিহোৱাই মোচিক কলে, ৬ তুমি ইস্রায়েলর সন্তানবিলাকর মাজর পরা লেবীয়াবিলাকক লৈ সিবিলাকক শুচি করা। ৭ সিবিলাকক শুচি করিবলৈ, সিবিলাকলৈ এই কাম করা; সিবিলাকর ওপরত পাপনাশক জল ছটিওৱা, আরু সিবিলাকে আপোন আপোন গোটেই গা ক্ষুরাই আরু কাপর ধুই আপোনাবিলাকক শুচি করোক। ৮ পাছে সিবিলাকে এটা দমরা গরু আরু তেল মিহলোৱা মিহি আটাগুড়িরে যুগুত করা তার ভক্ষ্য নৈবেদ্য আনোক; আরু তুমি পাপার্থক বলির নিমিত্তে আরু এটা দমরা গরু লবা। ৯ আরু তুমি লেবীয়াবিলাকক সাক্ষাৎ করা তাম্বুর আগত উপস্থিত করিবা, আরু ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলীক গোটাবা। ১০ আরু লেবীয়াবিলাকক যিহোৱার আগত উপস্থিত করিলে, ইস্রায়েলর সন্তানবিলাকে সিবিলাকর গাত হাত দিব। ১১ পাছে লেবীয়াবিলাক যিহোৱার কার্য্যত নিযুক্ত হবলৈ, ইস্রায়েলর সন্তানবিলাকর পক্ষে দোলনীয় নৈবেদ্যস্বরূপে সিবিলাকক যিহোৱার আগত হারোণে উৎসর্গ করিব। ১২ পাছে লেবীয়াবিলাকে সেই দুটা দমরার মূরত হাত দিব; আরু তুমি লেবীয়াবিলাকক প্রায়শ্চিত্ত করিবর নিমিত্তে, যিহোৱার উদ্দেশে এটা দমরা পাপার্থক বলিস্বরূপে, আরু আনটো হোম-বলিস্বরূপে উৎসর্গ করিবা। ১৩ এই রূপে তুমি হারোণর আরু তেওঁর পুত্রবিলাকর আগত লেবীয়াবিলাকক উপস্থিত করি, দোলনীয় নৈবেদ্যস্বরূপে সিবিলাকক যিহোৱার উদ্দেশে উৎসর্গ করিবা। ১৪ এই দরে তুমি ইস্রায়েলর সন্তানবিলাকর মাজর পরা লেবীয়াবিলাকক পৃথক করিবা; তাতে লেবীয়াবিলাক মোরেই হব। ১৫ তার পাছে লেবীয়াবিলাকে সাক্ষাৎ করা তাম্বুর কার্য্য করিবলৈ সোমাব পারিব। এই রূপে তুমি সিবিলাকক শুচি করি, দোলনীয় নৈবেদ্যস্বরূপে উৎসর্গ করিবা। ১৬ কিয়নো সিবিলাকক ইস্রায়েলর সন্তানবিলাকর মাজর পরা মোক নিচেইকৈ দিয়া হল; ময় ইস্রায়েলর সন্তানবিলাকর মাজর গর্ভ ভেদ করি ওলোৱা সকলো প্রথমে জন্মাবিলাকর সলনি সিবিলাকক মোর নিমিত্তে গ্রহণ করিলোঁ। ১৭ কারণ মানুহ হওক, বা পশু হওক, ইস্রায়েলর মাজত প্রথমে জন্মা সকলো মোরেই; যি দিনা ময় মিচর দেশর প্রথমে জন্মা সকলোকে মারিলোঁ, সেই দিনা মোর নিমিত্তে সিবিলাকক পবিত্র করিছিলোঁ। ১৮ এই নিমিত্তে ইস্রায়েলর সন্তানবিলাকর প্রথমে জন্মা সকলো সন্তানবিলাকর সলনি ময় লেবীয়াবিলাকক গ্রহণ করিলোঁ। ১৯ আরু সাক্ষাৎ করা তাম্বুত ইস্রায়েলর সন্তানবিলাকর করিব লগীয়া কার্য্য করিবলৈ, আরু ইস্রায়েলর সন্তানবিলাকক প্রায়শ্চিত্ত করিবলৈ, ইস্রায়েলর সন্তানবিলাকর মাজর পরা লেবীয়াবিলাকক, হারোণ আরু তেওঁর পুত্রবিলাকক দানস্বরূপে দিলোঁ; তাতে ইস্রায়েলর সন্তানবিলাকে পবিত্রস্থানর ওচর চাপিলে, ইস্রায়েলর সন্তানবিলাকর মাজত কোনো আপদ নঘটিব। ২০ পাছে মোচি, হারোণ, আরু ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলীয়ে লেবীয়াবিলাকলৈ সেই দরে করিলে; যিহোৱাই লেবীয়াবিলাকর বিষয়ে মোচিক দিয়া সকলো আদেশ অনুসারেই, ইস্রায়েলর সন্তানবিলাকে সিবিলাকলৈ করিলে। ২১ আরু লেবীয়াবিলাকে আপোনাবিলাকক পাপর পরা মুক্ত করিলে, আরু আপোন আপোন কাপর ধুলে; আরু হারোণে সিবিলাকক যিহোৱার আগত দোলনীয় নৈবেদ্যস্বরূপে উৎসর্গ করিলে, আরু সিবিলাকক শুচি করিবর নিমিত্তে সিবিলাকক প্রায়শ্চিত্ত করিলে। ২২ তেতিয়ারে পরা লেবীয়াবিলাকে হারোণর আগত আরু তেওঁর পুত্রবিলাকর আগত সাক্ষাৎ করা তাম্বুত আপোন আপোন কার্য্য করিবলৈ সোমাল;

লেবীয়াবিলাকর বিষয়ে যিহোৱাই মোচিক দিয়া আজ্ঞা অনুসারেই, সিবিলাকে সিবিলাকলৈ কার্য্য করিলে।

[২৩] পাছে যিহোৱাই মোচিক কলে, [২৪] লেবীয়াবিলাকর বিষয়ে এই নিয়ম। পঁচিশ বছর বয়সরে পরা লেবীয়াবিলাকে সাক্ষাৎ করা তাম্বুত কাম করিবলৈ কর্ম্মকারীবিলাকর শ্রেণীত সোমাব। [২৫] আরু পঞ্চাশ বছর বয়স হলে, সেই কর্ম্মকারীবিলাকর শ্রেণীর পরা ওলাব, কাম আরু নকরিব। [২৬] কিন্তু সিবিলাকে সাক্ষাৎ করা তাম্বুত বস্তুর বুজ-বিচার লৈ আপোনার ভাইবিলাকক সহায় করোঁতা হব, দাস্যকর্ম্ম আরু নকরিব। লেবীয়াবিলাকে করিব লগীয়া কার্য্যর বিষয়ে তুমি সিবিলাকলৈ এই রূপে করিবা।

চীনয় অরণ্যত নিস্তার-পর্ব্ব পালন করা।
যাত্রা করা নিয়ম।

৯ ইস্রায়েল লোক মিচর দেশর পরা ওলাই অহার পাছে, দ্বিতীয় বছরর প্রথম মাহত, চীনয় অরণ্যত যিহোৱাই মোচিক কলে, [২] ইস্রায়েলর সন্তানবিলাকে নিরূপিত সময়ত নিস্তার-পর্ব্ব পালন করিব লাগে। [৩] এই মাহর চতুর্দ্দশ দিনা সন্ধ্যা পরত নিরূপিত সময়ত তোমালোকে তাক পালন করিবা; তার সকলো বিধি আরু শাসন-প্রণালী অনুসারে তাক পালন করিবা। [৪] তেতিয়া মোচিয়ে ইস্রায়েলর সন্তানবিলাকক নিস্তার-পর্ব্ব পালন করিবলৈ আজ্ঞা করিলে। [৫] তাতে সিবিলাকে প্রথম মাহর চতুর্দ্দশ দিনা সন্ধ্যা পরত চীনয় অরণ্যত নিস্তার-পর্ব্ব পালন করিলে; যিহোৱাই মোচিক দিয়া সকলো আজ্ঞার দরেই, ইস্রায়েলর সন্তানবিলাকে সকলোকে করিলে। [৬] কিন্তু কিছুমান লোকে মানুহর শব চুই অশুচি হোৱা হেতুকে সেই দিনা নিস্তার-পর্ব্ব পালন করিব নোৱারিলে; এই কারণে সিবিলাক সেই দিনা মোচি আরু হারোণর ওচরলৈ গল। [৭] সেই লোকবিলাকে তেওঁক কলে, আমি মানুহর শব চুই অশুচি হলোঁ; ইস্রায়েলর সন্তানবিলাকর মাজত নিরূপিত সময়ত যিহোৱার উদ্দেশে উপহার উৎসর্গ করিবলৈ আমি কিয় নিবারিত হম? [৮] তাতে মোচিয়ে সিবিলাকক কলে, তোমালোকি অলপ র'বা; তোমালোকর বিষয়ে যিহোৱাই কি আজ্ঞা করে, তাক শুনো।

[৯] পাছে যিহোৱাই মোচিক কলে, [১০] তুমি ইস্রায়েলর সন্তানবিলাকক কোৱা, তোমালোকর মাজত, নাইবা তোমালোকর ভাবি-বংশর মাজত যদি কোনোৱে শব চুই অশুচি হয়, বা দূর বাটত পথিক হৈ থাকে, তথাপি সি যিহোৱার নিস্তার-পর্ব্ব পালন করিব লাগিব। [১১] দ্বিতীয় মাহর চতুর্দ্দশ দিনা সন্ধ্যা পরত সিবিলাকে তাক পালন করিব; সিবিলাকে খমীর নিদীয়া পিঠা আরু তিতা শাকেরে নিস্তার-পর্ব্বর বলি খাব; [১২] রাতিপুৱালৈ তার একোকে অবশিষ্ট নেরাখিব, আরু তার কোনো হাড় নেভাঙ্গিব; সিবিলাকে নিস্তার-পর্ব্বর সকলো বিধি অনুসারে তাক পালন করিব। [১৩] কিন্তু যি কোনোৱে শুচি হৈ থাকে, আরু পথিক নহয়, সি যদি নিস্তার-পর্ব্ব পালন করিবলৈ হেলা করে, তেন্তে সেই মানুহ আপোন লোকবিলাকর মাজর পরা উচ্ছন্ন হব; কারণ, নিরূপিত কালত যিহোৱার উদ্দেশে উপহার নিদিয়াত, সি আপোনার পাপর ফল ভোগ করিব। [১৪] আরু কোনো বিদেশী লোকে তোমালোকর মাজত প্রবাসী হৈ থাকি যিহোৱার উদ্দেশে যদি নিস্তার-পর্ব্ব পালন করিব খোজে, তেন্তে সি নিস্তার-পর্ব্বর বিধিমতে, আরু তার শাসন-প্রণালী অনুসারে তাক পালন করিব; স্বদেশত জন্মা, বা বিদেশত জন্মা দুয়োরো নিমিত্তে তোমালোকর একেটা বিধি হব।

[১৫] আরু যি দিনা আবাস স্থাপন করা হল, সেই দিনা মেঘে সেই আবাস, সেই সাক্ষ্য-ফলি থকা তাম্বু ঢাকি ধরিলে, আরু সন্ধ্যা বেলার পরা রাতিপুৱালৈকে সেই আবাসর ওপরত তাক জুই যেন দেখা গৈছিল। [১৬] এই রূপে সদায় আছিল; মেঘে তাক ঢাকিছিল, আরু রাতি জুইর নিচিনা দেখা গৈছিল। [১৭] পাছে তাম্বুর ওপরর পরা সেই মেঘ ওপরলৈ নিয়া হলে, ইস্রায়েলর সন্তানবিলাকে যাত্রা করে; আরু সেই মেঘ যি ঠাইত থাকে, ইস্রায়েলর সন্তানবিলাকেও সেই ঠাইতে ছাউনি পাতি থাকে। [১৮] যিহোৱার আজ্ঞা অনুসারেই ইস্রায়েলর সন্তানবিলাকে যাত্রা করে, আরু তেওঁর আজ্ঞার দরেই ছাউনি পাতি থাকে;

সেই মেঘ যেতিয়ালৈকে আবাসর ওপরত থাকে, তেতিয়ালৈকে সিবিলাকে ছাউনিত থাকে। [১৯] আরু সেই মেঘে যেতিয়া আবাসর ওপরত বহুদিন পলম করি থাকে, তেতিয়া ইস্রায়েলর সন্তানবিলাকেও যাত্রা নকরি, যিহোৱার উদ্দেশে যি করিব লগীয়া, তাকে করে। [২০] আরু সেই মেঘ কোনো কোনো সময়ত আবাসর ওপরত অলপ দিন থাকে; তেতিয়াও যিহোৱার আজ্ঞামতে সিবিলাকে ছাউনিত থাকে, আরু যিহোৱার আজ্ঞামতে যাত্রাও করে। [২১] আরু কোনো কোনো সময়ত মেঘ সন্ধ্যা পররে পরা রাতিপুৱালৈকে থাকে; আরু রাতিপুৱা ওপরলৈ নিয়া হলে, সিবিলাকে যাত্রা করে; দিনত কি রাতিয়েই হওক, মেঘ ওপরলৈ নিয়া হলেই সিবিলাকে যাত্রা করে। [২২] দুদিন, বা এমাহ, নাইবা এবছর হওক, যিমান দিন আবাসর ওপরত মেঘে পলম করি থাকে, ইস্রায়েলর সন্তানবিলাকেও সিমান দিন যাত্রা নকরি ছাউনিত থাকে; কিন্তু তাক ওপরলৈ নিয়া হলেই, সিবিলাকে যাত্রা করে। [২৩] যিহোৱার আজ্ঞামতেই সিবিলাকে ছাউনিত থাকে, আরু যিহোৱার আজ্ঞামতেই যাত্রাও করে; এই রূপে, মোচির দ্বারায় দিয়া যিহোৱার আজ্ঞা অনুসারে সিবিলাকে যিহোৱার উদ্দেশে করিব লগীয়া কার্য্য করে।

### রূপর দুটা তূরীর বিষয়।
### চীনর অরণ্যর পরা ইস্রায়েলর সন্তানবিলাকর প্রস্থান।

**১০** পাছে যিহোৱাই মোচিক কলে [২] তুমি রূপর দুটা তূরী সাজা, তাক রূপ পিটাই গঢ়াবা; মণ্ডলীক মাতিবর নিমিত্তে আরু ছাউনিবোর উঠি যাবর নিমিত্তে তুমি তাক ব্যবহার করিবা। [৩] সেই দুটা তূরী বজালে, গোটেই মণ্ডলী সাক্ষাৎ কয়া তাম্বুর দুৱার-মুখত তোমার গুরিত গোট খাব। [৪] কিন্তু এটা তূরী বজালে, অধ্যক্ষবিলাক ইস্রায়েলর সন্তানবিলাকর গোষ্ঠীবিলাকর মূল মানুহ তোমার গুরিত গোট খাব। [৫] আরু তোমালোকে রণত বজোৱার দরে তূরী বজালে, পূবফালে থকা ছাউনিবোর উঠি যাব; [৬] আরু দ্বিতীয়-বার রণত বজোৱার দরে তূরী বজালে, দক্ষিণফালে থকা ছাউনিবোর উঠি যাব। এই ক্রমে, সিবিলাকে উঠি যাবলৈ রণর দরে তূরী বজাব লাগিব। [৭] সমাজ গোট খাবর হলেও, তোমালোকে তূরী বজাবা, কিন্তু রণত বজোৱার দরে নবজাবা। [৮] হারোণর পুত্র পুরোহিত-বিলাকে সেই দুটা তূরী বজাব; তোমালোকর পুরুষানুক্রমে চিরস্থায়ী বিধির নিমিত্তে তোমালোকে তাক রাখিবা। [৯] আরু যি সময়ত তোমালোকে আপোনাবিলাকর দেশত, উপদ্রব করোঁতা শত্রুবোরর বিরুদ্ধে যুদ্ধ করিবলৈ ওলাবা, সেই সময়ত সেই দুটা তূরী রণত বজোৱার দরে বজাবা; তাতে তোমালোকর ঈশ্বর যিহোৱাই তোমালোকক সোঁৱরণ করিব, আরু তোমালোকে আপোনাবিলাকর শত্রুবোরর পরা নিস্তার পাবা। [১০] আরু আমোদর দিনত, পর্ব্বর দিনত, আরু মাহর আরম্ভনত, তোমালোকর হোম-বলির আরু মঙ্গলার্থক বলির কোষত তোমালোকে সেই তূরী বজাবা; তাতে সেয়ে তোমালোকর ঈশ্বরর সাক্ষাতে তোমালোকর সোঁৱরণর উপায় হব। ময় তোমালোকর ঈশ্বর যিহোৱা।

[১১] পাছে দ্বিতীয় বছরর দ্বিতীয় মাহর বিশ দিনর দিনা সেই মেঘ সাক্ষ্য-ফলি থকা আবাসর ওপরর পরা নিয়া হল। [১২] তাতে ইস্রায়েলর সন্তানবিলাকে যাত্রা করার নিয়ম অনুসারে চীনয় অরণ্যর পরা প্রস্থান করিলে; পাছে সেই মেঘ পারণ অরণ্যত রল। [১৩] মোচির দ্বারায় যিহোৱাই আজ্ঞা করার দরে, সিবিলাকে এই প্রথম-বার যাত্রা করিলে। [১৪] প্রথমে যিহুদার সন্তান-বিলাকর ছাউনির ধ্বজার অধীনে থকা লোক-বিলাকে আপোন আপোন সৈন্যদল অনুসারে প্রস্থান করিলে; আরু অম্মীনাদবর পুত্র নহচোন সিবিলাকর সেনাপতি আছিল। [১৫] আরু চুবারর পুত্র নথনেল ইচাখর ফৈদর সেনাপতি আছিল। [১৬] আরু হেলোনর পুত্র ইলীয়াব জবূলূন ফৈদর সেনাপতি আছিল। [১৭] পাছে আবাস ভঙা হল, আরু গের্চোনর সন্তানবিলাকে আরু মরারীর সন্তানবিলাকে সেই আবাস ভার বৈ প্রস্থান করিলে। [১৮] তার পাছে রূবেণর ছাউনির ধ্বজার অধীনে থকা লোকবিলাকে আপোন আপোন সৈন্যদল অনুসারে প্রস্থান করিলে; আরু চদেয়ূরর পুত্র ইলীচূর সিবিলাকর সেনাপতি আছিল।

[১৯] আৰু চুৰীচদ্দয়ৰ পুত্র চলুমীয়েল চিমিয়োন ফৈদৰ সেনাপতি আছিল। [২০] আৰু দূৱেলৰ পুত্র ইলিয়াচক গাদ ফৈদৰ সেনাপতি আছিল। [২১] পাছে পবিত্রস্থানৰ বস্তু ভাৰ বওঁতা কহাতীয়া লোকবিলাকে প্রস্থান কৰিলে; আৰু সিবিলাকে গৈ নৌ পাওঁতেই, আনবিলাকে আবাস স্থাপন কৰিলে। [২২] পাছে ইফ্রয়িমৰ ছাউনিৰ ধ্বজাৰ অধীনে থকা লোকবিলাকে আপোন আপোন সৈন্যদল অনুসাৰে প্রস্থান কৰিলে; আৰু অম্মীহুদৰ পুত্র ইলীচামা সিবিলাকৰ সেনাপতি আছিল। [২৩] আৰু পদাচূৰৰ পুত্র গমলীয়েল মনচি ফৈদৰ সেনাপতি আছিল। [২৪] আৰু গিদিয়োনীৰ পুত্র অবীদান বিন্যামীন ফৈদৰ সেনাপতি আছিল। [২৫] পাছে সকলো ছাউনিৰ পাছত, আপোন আপোন সৈন্যদল অনুসাৰে দানৰ সন্তানবিলাকৰ ছাউনিৰ ধ্বজাৰ অধীনে থকা লোকবিলাকে প্রস্থান কৰিলে; আৰু অম্মীচদ্দয়ৰ পুত্র অহীয়েজৰ সিবিলাকৰ সেনাপতি আছিল। [২৬] আৰু অক্রণৰ পুত্র পগীয়েল আচেৰ ফৈদৰ সৈনাপতি আছিল। [২৭] আৰ ঐননৰ পুত্র অহীৰা নপ্তালী ফৈদৰ সেনাপতি আছিল। [২৮] প্রস্থান কৰা কালত ইস্রায়েলৰ সন্তানবিলাকে আপোন আপোন সৈন্যদল অনুসাৰে এই ৰূপে প্রস্থান কৰিলে।

[২৯] পাছে মোচিয়ে আপোনাৰ শহুৰেক মিদিয়ন দেশৰ ৰূৱেলৰ পুত্র হোববক কলে, যিহোৱাই আমাক যি দেশ দিম বুলি কৈছে, আমি সেই দেশলৈ যাত্রা কৰিছোঁ; তুমিও আমাৰ লগত ব'লা, তাতে আমি তোমাৰ মঙ্গল কৰিম; কিয়নো যিহোৱাই ইস্রায়েলৰ মঙ্গল কৰিবলৈ অঙ্গীকাৰ কৰিছে। [৩০] তাতে তেওঁ উত্তৰ কৰিলে,ময় নেযাওঁ, ময় আপোন দেশৰ জ্ঞাতিবিলাকৰ ওচৰলৈ যাম। [৩১] মোচিয়ে আকৌ কলে, মিনতি কৰিছোঁ, তুমি আমাক নেৰিবা; কিয়নো অৰণ্যৰ মাজত কোন ঠাইত আমাৰ ছাউনি স্থাপন কৰিব লগা হব, তাক তুমি জানা; এই কাৰণে তুমি আমাৰ চকুস্বৰূপ হবা। [৩২] আৰু যদি তুমি আমাৰ লগত যোৱা, তেনে হলে, যিহোৱাই আমাৰ যি মঙ্গল কৰিব, আমি তোমাকো সেই মঙ্গল ভোগ কৰাম।

[৩৩] পাছে সিবিলাকে যিহোৱাৰ পৰ্ব্বতৰ পৰা তিন দিনৰ বাট প্রস্থান কৰিলে; আৰু যিহোৱাৰ নিয়ম-চন্দুকে সিবিলাকৰ নিমিত্তে বিশ্রামৰ ঠাই বিচাৰি বিচাৰি তিন দিনৰ বাট সিবিলাকৰ আগে আগে গল। [৩৪] আৰু ছাউনি ভাঙ্গি প্রস্থান কৰা সময়ত যিহোৱাৰ মেঘ দিনত সিবিলাকৰ ওপৰত থাকিছিল।

[৩৫] আৰু চন্দুক যোৱা সময়ত মোচিয়ে কয়, হে যিহোৱা, উঠা, তোমাৰ শত্রুবোৰ ছিন্নভিন্ন হওক, আৰু তোমাক ঘিণ কৰোঁতাবোৰ তোমাৰ আগৰ পৰা পলাই যাওক। [৩৬] আৰু ৰোৱা সময়ত তেওঁ কয়, হে যিহোৱা, তুমি ইস্রায়েলৰ হাজাৰ হাজাৰ গোষ্ঠীৰ ওচৰলৈ উলটি আঁহা।

### তবিয়েৰাত আৰু কিব্রোৎ-হত্তাবাত কৰা লোকবিলাকৰ বলকনি।

**১১** পাছে লোকবিলাকে, যিহোৱাৰ কাণত পড়াকৈ বাটৰ দুঃখৰ নিমিত্তে বকা লোকৰ নিচিনাকৈ আচৰণ কৰিলে, তাকে শুনি যিহোৱাৰ ক্রোধ জ্বলি উঠিল; তাতে সিবিলাকৰ বিৰুদ্ধে যিহোৱাৰ ক্রোধাগ্নি জ্বলি উঠি, ছাউনিৰ শেষ ভাগত লোকবিলাকক গ্রাস কৰিবলৈ ধৰিলে। [২] এই কাৰণে লোকবিলাকে মোচিৰ গুৰিত কাতৰোক্তি কৰিলে; তাতে মোচিয়ে যিহোৱাৰ আগত প্রার্থনা কৰিলত, সেই অগ্নি নুমাল। [৩] তেতিয়া সেই ঠাইৰ নাম তবিয়েৰা [ দাহ ] ৰখা হল; কিয়নো যিহোৱাৰ অগ্নিয়ে সিবিলাকৰ বিৰুদ্ধে দাহ কৰিছিল।

[৪] তাৰ পাছে সিবিলাকৰ মাজত থকা মিশ্রিত লোকবিলাকে থকুৱা স্বভাৱ কৰিবলৈ ধৰিলে, আৰু ইস্রায়েলৰ সন্তানবিলাকেও পুনৰায় কান্দি কান্দি কলে, আমাক মঙহ খাবলৈ কোনে দিব? [৫] আমি মিচৰ দেশত বিনামূল্যে যি যি মাছ খাইছিলোঁ তালৈ, আৰু তিঁয়হ, খৰমুজা, পক্ৰ, পিয়াঁজ, আৰু নহৰুলৈ মনত পড়ে; [৬] আৰু এতিয়া আমাৰ প্রাণ শুকাল; আমাৰ আগত এই মান্নাৰ বাহিৰে আৰু একোৱেই নাই। [৭] সেই মান্না ধনীয়া গুটিৰ নিচিনা, আৰু তাৰ বৰণ গুগ্‌গুলুৰ বৰণৰ নিচিনা আছিল। [৮] লোকবিলাকে ইকালে-সিকালে ফুৰি তাক চপায়, আৰু জাঁতত পিহি বা খুৱলিত খুন্দি গুড়ি কৰি টৌত সিজায়, আৰু তাৰ দাৰায় পিঠা বনায়;

তাৰ আস্বাদ তেলেৰে যুগুত কৰা সুস্বাদু আহাৰৰ আস্বাদৰ নিচিনা আছিল। ৯ ৰাতি ছাউনিৰ ওপৰত নিয়ৰ পৰা কালত, নিয়ৰৰ লগত সেই মান্না পৰি থাকে। ১০ পাছে মোচিয়ে লোক-বিলাকৰ গোষ্ঠী অনুসাৰে আপোন আপোন তাম্বুৰ দুৱাৰৰ ওচৰত প্ৰতিজনে ক্ৰন্দন কৰা শুনিলে; তাতে যিহোৱাৰ ক্ৰোধ অতিশয়ৰূপে জ্বলি উঠিল, আৰু মোচিয়েও অসন্তোষ কৰিলে। ১১ পাছে মোচিয়ে যিহোৱাক জনালে, তুমি কি নিমিত্তে আপোন দাসক ইমান ক্লেশ দিছা? কি নিমিত্তে বা ময় তোমাৰ দৃষ্টিত অনুগ্ৰহ পোৱা নাই, যে তুমি এই সকলো লোকৰ ভাৰ মোৰ ওপৰত দিছা? ১২ ময় জানো এই সকলো লোকক গৰ্ভধাৰণ কৰিলোঁ, বা এই সকলো লোকক প্ৰসৱ কৰিলোঁ, যে তুমি ইবিলাকৰ পূৰ্ব্বপুৰুষ-বিলাকৰ আগত যি দেশ দিবলৈ অঙ্গীকাৰ কৰিছিলা, সেই দেশলৈ, গাখীৰ খোৱা কেঁচুৱাক পালন কৰোঁতা বাপেকৰ দৰে ইবিলাকক বুকত বান্ধি নিবলৈ মোক আজ্ঞা দিছা? ১৩ এই সকলো লোকক দিবৰ নিমিত্তে ময় ক'ত মাংস পাম? কিয়নো ইবিলাক সকলোৱে মোৰ গুৰিত কান্দি কৈছে, আমাক মাংস দিয়া, আমি খাওঁ। ১৪ এই আটাই লোকৰ ভাৰ ময় অকলেই বব নোৱাৰোঁ; কিয়নো সেয়ে মোৰ শক্তিতকৈয়ো গধুৰ। ১৫ তুমি যদি মোলৈ এনে ব্যৱহাৰ কৰা, তেন্তে ময় বিনয় কৰিছোঁ, ময় যদি তোমাৰ দৃষ্টিত অনুগ্ৰহপ্ৰাপ্ত হৈছোঁ, তেন্তে এতিয়া মোক একেবাৰে মাৰা, আৰু মোৰ দুৰ্গতি মোক দেখি-বলৈ নিদিবা।

১৬ তেতিয়া যিহোৱাই মোচিক কলে, তুমি লোকবিলাকৰ মাজত যিবিলাকক বৃদ্ধ আৰু লোকবিলাকৰ অধ্যক্ষ বুলি জানা, ইস্ৰায়েলৰ এনে সত্তৰ জন বৃদ্ধ লোকক চপাই সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰলৈ আনা; সিবিলাকে তোমাৰ লগত সেই ঠাইত থিয় হওক। ১৭ পাছে ময় সেই ঠাইলৈ নামি আহি তোমাৰে সৈতে কথা হম, আৰু তোমাত যি আত্মা আছে, তাৰ কিছু লৈ সি-বিলাকত ৰাখিম; তাতে, তুমি যেন অকলেই লোকবিলাকৰ ভাৰ নোবোৱা, এই নিমিত্তে সিবিলাকে তোমাৰ লগত লোকবিলাকৰ ভাৰ বব। ১৮ আৰু তুমি লোকবিলাকক কোৱা, তোমালোকে কালিৰ নিমিত্তে আপোনাবিলাকক পবিত্ৰ কৰা; তেতিয়া তোমালোকে মাংস খাবলৈ পাবা; কিয়নো তোমালোকে কান্দি কান্দি কৈছিলা, আমাক মাংস খাবলৈ কোনে দিব? কিয়নো মিচৰ দেশত আমাৰ ভাল আছিল। এই হেতুকে যিহোৱাই তোমালোকক মাংস দিব; তাতে তোমালোকে খাবলৈ পাবা। ১৯ তোমালোকে এদিন, বা দুদিন, বা পাঁচ দিন, বা দহ দিন, বা বিশ দিন যে তাক খাবা, এনে নহয়; ২০ সম্পূৰ্ণ এমাহলৈকে খাবা, যেতিয়া-লৈকে সেয়ে তোমালোকৰ নাকেদি নোলায় আৰু ঘিণ লগা নহয়, তেতিয়ালৈকে তাক খাবা; কিয়নো তোমালোকে আপোনাবিলাকৰ মাজত থকা যিহোৱাক অগ্ৰাহ্য কৰি, তেওঁৰ আগত কান্দি কান্দি এই কথা কৈছিলা, যে, আমি কিয় মিচৰ দেশৰ পৰা বাহিৰ হৈ আহিলোঁ? ২১ তেতিয়া মোচিয়ে কলে, ময় যি লোকবিলাকৰ মাজত আছোঁ, সিবিলাক ছয় লাখ পদাতিক; তথাপি তুমি কৈছা, সম্পূৰ্ণ এমাহ খাবৰ নিমিত্তে ময় সিবিলাকক মঙহ দিম। ২২ সিবিলাকক আঁটাকৈ মেৰ, ছাগ, আৰু গৰুৰ জাক মাৰিব লাগে নে? নাইবা সিবিলাকক আঁটাকৈ সাগৰৰ আটাই মাছ গোটাব লাগে নে?

২৩ তাতে যিহোৱাই মোচিক কলে, যিহোৱাৰ হাত জানো চুটি হল? তোমাৰ আগত মোৰ বাক্য সিদ্ধ হব নে নহব, তাক তুমি এতিয়া দেখিবলৈ পাবা। ২৪ তেতিয়া মোচিয়ে বাহিৰলৈ গৈ, যিহোৱাৰ বাক্য লোকবিলাকক কলে, আৰু সিবিলাকৰ বৃদ্ধ লোকৰ মাজৰ সত্তৰ জনক গোটাই তাম্বুৰ চাৰিওফালে থিয় কৰিলে। ২৫ তাতে যিহোৱাই মেঘত নামি তেওঁক কথা কলে, আৰু যি আত্মা মোচিত আছিল, তাৰ কিছু লৈ, সেই সত্তৰ জন বৃদ্ধ লোকত ৰাখিলে; তাতে, সেই আত্মা সিবিলাকত থকাত, সিবিলাকে ভাববাণী প্ৰচাৰ কৰিলে; কিন্তু তাৰ পাছে আৰু নকৰিলে। ২৬ কিন্তু দুজন মানুহ ছাউনিত থাকিল, এজনৰ নাম ইল্দদ, আন জনৰ নাম মেদদ; এই দুজনতো আত্মা থাকিল; সিবিলাক বহিত নাম লিখা লোকবিলাকৰ মাজত আছিল হয়, কিন্তু ওলাই তাম্বুৰ ওচৰলৈ যোৱা নাছিল; সিবিলাকে ছাউনিত ভাববাণী প্ৰচাৰ কৰিবলৈ

ধৰিলে। [২৭] তাতে এটা ডেকা মানুহে লৰি গৈ মোচিক কলে, ইল্দদ আৰু মেদদে ছাউনিত ভাববাণী প্রচার কৰিছে। [২৮] তেতিয়া মোচিৰ পৰিচারক, তেওঁৰ মনোনীত লোক নূনৰ পুত্র যিহোচূৱাই উত্তৰ দি কলে, হে মোৰ প্রভু মোচি, সিবিলাকক নিষেধ কৰোক। [২৯] তাতে মোচিয়ে তেওঁক কলে, তুমি মোৰ পক্ষ হৈ ঈর্ষ্যা কৰিছা নে? যিহোৱাৰ আটাইবিলাক লোক ভাববাদী হোৱা হলে, আৰু যিহোৱাই সিবিলাকৰ ওপৰত আপোন আত্মা থাকিবলৈ দিয়া হলে, ময় কেনে সন্তোষ পালোঁহেঁতেন! [৩০] পাছে মোচি আৰু ইস্রায়েলৰ বৃদ্ধবিলাক ছাউনিলৈ গল। [৩১] পাছে যিহোৱাৰ ওচৰৰ পৰা বায়ু ওলাই সমুদ্রৰ পৰা ইমান বটা চৰাই আনি ছাউনিৰ ওপৰত পেলালে, যে, ছাউনিৰ চাৰিওফালে ইকোষে-সিকোষে এদিনৰ বাটলৈকে সেইবোৰ দুহাত ওখ হৈ মাটিৰ ওপৰত পড়িল। [৩২] তাতে লোক-বিলাকে সেই ওৰে-দিন ওৰে-ৰাতি, আৰু পাছ-দিনাও গোটেই দিন উঠি সেই বটা চৰাইবোৰ গোটালে; সিবিলাকৰ মাজত যেয়ে সকলোতকৈ তাকৰকৈ গোটালে, তাৰো দহ হোমৰ আছিল; পাছে সিবিলাকে ছাউনিৰ চাৰিওফালে আপোনা-বিলাকৰ নিমিত্তে, তাক শুকাবলৈ মেলি দিলে। [৩৩] কিন্তু সিবিলাকে দুই দাঁতৰ মাজত মঙহ কামোৰ মাৰি ধৰোঁতেই, চোবোৱাৰ আগেয়ে লোকবিলাকলৈ যিহোৱাৰ ক্রোধ জ্বলি উঠিল; তাতে যিহোৱাই লোকবিলাকক অতিশয় মহা-মাৰীৰ দ্বাৰায় আঘাত কৰিলে। [৩৪] আৰু সেই ঠাইৰ নাম কিব্রোৎ-হত্তাবা [থঁকুৱা স্বভাৱ কৰা-বোৰৰ মৈদাম] ৰখা হল; কিয়নো সেই ঠাইত সিবিলাকে থঁকুৱা স্বভাৱ কৰাবোৰক মৈদাম দিলে। [৩৫] পাছে লোকবিলাকো কিব্রোৎ-হত্তা-বাৰ পৰা হচেৰোতলৈ যাত্রা কৰি সেই ঠাইতে থাকিল।

হাৰোণ আৰু মিৰিয়মে মোচিৰ অহিতে দোষ কৰা, আৰু তাৰ দণ্ড।

**১২** মোচিয়ে কূচ দেশীয় যি তিৰুতা বিয়া কৰিছিল, সেই তিৰুতাৰ কাৰণে মিৰিয়ম আৰু হাৰোণে মোচিৰ অহিতে কথা কলে; কাৰণ তেওঁ এজনী কূচীয়া তিৰুতা বিয়া কৰিলে। [২] সিবিলাকে কলে, যিহোৱাই জানো কেৱল মোচিৰ দ্বাৰায়হে কথা কয়? আমাৰ দ্বাৰায়ো নকয় জানো? আৰু যিহোৱাই সেই কথা শুনিলে। [৩] পৃথিবীত থকা মানুহবিলাকৰ মাজত মোচি সকলোতকৈ অতিশয় নম্র লোক আছিল। [৪] পাছে যিহোৱাই অকস্মাতে মোচি, হাৰোণ, আৰু মিৰিয়মক কলে, তোমালোক তিনিও জন বাহিৰ হৈ সাক্ষাৎ কৰা তাম্বুৰ গুৰিলৈ আহাঁ; তাতে সিবিলাক তিনিও জন ওলাই গল। [৫] তেতিয়া যিহোৱাই মেঘ-স্তম্ভত নামি আহি, তাম্বুৰ দুৱাৰ-মুখত স্থিতি হৈ, হাৰোণ আৰু মিৰিয়মক মাতিলে; তাতে সিবিলাক দুয়ো আগ বাঢ়ি গলত, [৬] তেওঁ কলে, তোমালোকে মোৰ বাক্য শুনা; তোমালোকৰ মাজত যদি কোনো ভাববাদী হয়, তেন্তে ময় যিহোৱাই তেওঁৰ আগত কোনো দর্শনৰ দ্বাৰায় নিজকে চিনাকী দিম, নাইবা সপোনত তেওঁৰ লগত কথা হম। [৭] মোৰ দাস মোচি তেনে নহয়; তেওঁ মোৰ ঘৰৰ আটাই লোকৰ মাজত বিশ্বাসী। [৮] তেওঁৰে সৈতে ময় নিগূঢ় বাক্যৰ দ্বাৰায় কথা নহওঁ, কিন্তু মুখামুখি হৈ প্রকাশৰূপে কথা হওঁ, আৰু তেওঁ যিহোৱাৰ আকাৰ দেখে; এই হেতুকে মোৰ দাস মোচিৰ অহিতে কথা কবলৈ তোমালোকে কিয় ভয় নকৰিলা? [৯] তাতে সি-বিলাকলৈ যিহোৱাৰ ক্রোধ জ্বলি উঠিল, আৰু তেওঁ প্রস্থান কৰিলে। [১০] পাছে তাম্বুৰ ওপৰৰ পৰা মেঘ গুচিলত, দেখা মিৰিয়মৰ গাত হিমৰ দৰে কুষ্ঠৰোগ হল; তাতে হাৰোণে মিৰিয়মৰ ফাললৈ মুখ ঘূৰাই চাই, তেওঁক কুষ্ঠৰোগী দেখিলে। [১১] তেতিয়া হাৰোণে মোচিক কলে, হায় হায় মোৰ প্রভো, আমি মূর্খৰ দৰে কার্য্য কৰি যি পাপ কৰিলোঁ, বিনয় কৰিছোঁ, সেই পাপৰ ফল আমাক ভোগ কৰিবলৈ নিদিওক। [১২] মাকৰ গর্ভৰ পৰা ওলোৱা কালত যাৰ মাংস আধা নষ্ট, এনে মৰা গর্ভফলৰ দৰে এওঁৰ হবলৈ নিদিওক। [১৩] তাতে মোচিয়ে যিহোৱাৰ আগত কাতৰোক্তি কৰি কলে, হে ঈশ্বৰ, বিনয় কৰিছোঁ, এওঁক সুস্থ কৰা। [১৪] পাছে যিহোৱাই মোচিক কলে, তেওঁৰ বাপেকে তেওঁৰ মুখত যদি কেৱল থুই পেলালেহেঁতেন, তেনে হলে তেওঁ জানো সাদিনলৈকে লাজ কৰি নেথাকিল৽

হেঁতেন ? এই হেতুকে তেওঁ সাদিন ছাউনির বাহিরে বন্ধ হৈ থাওক, পাছত তেওঁক পুনরায় ভিতরলৈ অনা হব। [১৫] তাতে মিরিয়মক সাদিন ছাউনির বাহিরে বন্ধ করি রখা হল ; যেতিয়ালৈকে মিরিয়মক ভিতরলৈ অনা নহল, তেতিয়ালৈকে লোকবিলাকে যাত্রা নকরিলে। [১৬] পাছে লোকবিলাকে হচেরোতর পরা যাত্রা করি, পারণ অরণ্যত ছাউনি পাতিলে।

কনান দেশ চাবলৈ চোরাং-চোৱা পঠোৱা ; উভটি আহি কুসম্বাদ দিয়া।

**১৩** পাছে যিহোৱাই মোচিক কলে, [২] মই ইস্রায়েলর সন্তানবিলাকক যি দেশ দিম, তাক গুপুতে চাবলৈ তুমি কেইজনমান মানুহ পঠোৱা ; তোমালোকে সিবিলাকর আপোন আপোন পিতৃ-বংশর এক এক ফৈদর এজন এজন অধ্যক্ষ পঠোৱা। [৩] তাতে যিহোৱার আজ্ঞা অনুসারে মোচিয়ে পারণ অরণ্যর পরা সিবিলাকক পঠালে ; সিবিলাক আটাইবিলাক ইস্রায়েলর সন্তানবিলাকর মূল মানুহ আছিল। [৪] সিবিলাকর নাম এই এই ; রূবেণ ফৈদর মাজত জক্কূরর পুত্র চম্মূৱা ; [৫] চিমিয়োন ফৈদর মাজর হোরীর পুত্র চাফট ; [৬] যিহূদা ফৈদর মাজর যিফুন্নির পুত্র কালেব ; [৭] ইচাখর ফৈদর মাজর যোচেফর পুত্র যিগাল ; [৮] ইফ্রয়িম ফৈদর মাজর নূনর পুত্র হোচেয়া ; [৯] বিন্যামীন ফৈদর মাজর রাফূর পুত্র পল্টী ; [১০] জবূলূন ফৈদর মাজর চোদীর পুত্র গদ্দীয়েল ; [১১] যোচেফ ফৈদর অর্থাৎ মনচি ফৈদর মাজর চূচীর পুত্র গদ্দী ; [১২] দান ফৈদর মাজর গমল্লীর পুত্র অম্মীয়েল ; [১৩] আচের ফৈদর মাজর মীখায়েলর পুত্র চথূর ; [১৪] নপ্তালী ফৈদর মাজর বফ্চীর পুত্র নহ্বী ; [১৫] গাদ ফৈদর মাজর মাখীর পুত্র গূয়েল। [১৬] এই এই নামর লোকবিলাকক মোচিয়ে গুপুতে দেশ চাবলৈ পঠালে। মোচিয়ে নূনর পুত্র হোচেয়ার নাম যিহোচূৱা রাখিলে। [১৭] কনান দেশ চাবলৈ পঠোৱা সময়ত মোচিয়ে সিবিলাকক কলে, তোমালোক এই দক্ষিণ অঞ্চলেদি গৈ পর্ব্বতত উঠাগৈ। [১৮] আরু সেই দেশ কেনেকুৱা, আরু তাত বাস করা লোকবিলাক বলী নে নির্ব্বলী, আরু তাকর নে সরহ ; [১৯] আরু সিহঁতে যি দেশত বাস করিছে, সেই দেশ কেনেকুৱা, ভাল নে বেয়া ; আরু যি যি নগরত সিহঁতে বাস করিছে, সেইবোর নগর কেনে, মুকলি নে বা গড়েরে আবৃত হোৱা ; [২০] আরু সিহঁতর মাটি কেনেকুৱা, সারোৱা নে, বা অসারোৱা, তার মাজত গছগছনি আছে নে নাই, এই সকলোকে তোমালোকে চাবা ; তোমালোকে সাহীয়াল হোৱা, আরু সেই দেশর কোনো কোনো গুটি লগত আনিবা। তেতিয়া প্রথমে পকা দ্রাক্ষাগুটির সময় আছিল। [২১] তাতে সিবিলাকে উঠি গৈ, ছিন অরণ্যর পরা রহোবলৈ, হমাতর প্রবেশস্থানলৈকে দেশখন গুপুতে চালে। [২২] সিবিলাক দক্ষিণ অঞ্চলেদি গৈ, হিব্রোণলৈকে উঠিল ; সেই ঠাইতে অহীমন, চেচয়, আরু তল্ময়, এই তিনি জন অনাকর সন্তান আছিল। মিচর দেশত থকা চোৱন নগর স্থাপন করার সাত বছরর আগেয়ে হিব্রোণ স্থাপন করা হল। [২৩] পাছে সিবিলাকে ইস্কোল উপত্যকালৈ আহি, সেই ঠাইতে, এথোপা দ্রাক্ষাগুটি থকা দ্রাক্ষালতার এটা ডাল কাটি, কাণমারি লগাই দুজনে সাঙী করি ললে, আরু কিছুমান ডালিম আরু ডিমরু গুটিও লগত ললে। [২৪] ইস্রায়েলর সন্তানবিলাকে সেই ঠাইতে সেই দ্রাক্ষার থোপা কাটিলে দেখি, সেই ঠাইর নাম ইস্কোল উপত্যকা রখা হল। [২৫] চল্লিশ দিনর পাছে সিবিলাকে দেশ চাই উলটি আহিল। [২৬] পাছে সিবিলাকে পারণ অরণ্যর কাদেচলৈ, মোচি, হারোণ, আরু ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলীর গুরিলৈ আহি, তেওঁবিলাকক আরু গোটেই মণ্ডলীক সম্বাদ দিলে, আরু সেই দেশর গুটি সিবিলাকক দেখুৱালে। [২৭] আরু সিবিলাকে তেওঁক কলে, তুমি আমাক যি দেশলৈ পঠাইছিলা, আমি সেই দেশলৈ গৈছিলোঁ ; স্বরূপেই সেই দেশ দুগ্ধ মধু বৈ থকা দেশ ; চোৱা, এইয়া তার গুটি। [২৮] আপত্তি এই মাথোন, যে, সেই দেশত থকা লোকবিলাক বলী, আরু নগরবোর গড়েরে আবৃত, আরু অতি ডাঙর ; আরু সেই ঠাইতে আমি অনাকীয়া সন্তানহঁতকো দেখিলোঁ। [২৯] দক্ষিণ অঞ্চলত অমালেকে বাস করিছে ; আরু পর্ব্বতত হিত্তীয়া, যিবূচীয়া, আরু ইমোরীয়া লোকবিলাকে বাস করিছে ; সমুদ্রর

দাতিত আৰু যৰ্দ্দনৰ পাৰত কনানীয়া লোক-বিলাকে বাস কৰিছে। [৩০] পাছে কালেবে মোচিৰ আগত লোকবিলাকক শান্ত কৰিবৰ অর্থে কলে, আহাঁ, আমি একেবাৰে উঠি গৈ, তাক অধিকাৰ কৰোঁ; কিয়নো তাক জয় কৰিবলৈ অৱশ্যে আমাৰ অধিক শক্তি আছে। [৩১] কিন্তু যি লোকবিলাক তেওঁৰ লগত গৈছিল, সিবিলাকে কলে, আমি সেই লোকবিলাকৰ বিৰুদ্ধে উঠি যাব নোৱাৰোঁ; কিয়নো আমাতকৈ সিহঁত বলী। [৩২] এই ৰূপে, সিবিলাকে যি দেশ চাবলৈ গৈছিল, ইস্রায়েলৰ সন্তানবিলাকৰ আগত সেই দেশৰ দুর্ষশ কৰি কলে, আমি যি দেশৰ মাজেদি চাই চাই গৈছিলোঁ, সেই দেশ আপোনাৰ নিবাসীবিলাকক গ্রাস কৰোঁতা দেশ; আৰু তাৰ মাজত আমি যিমান মানুহ দেখিলোঁ, সিহঁত সকলোৱে কায় দীঘল। [৩৩] আৰু তাত নাফিল বংশ অনাকৰ সন্তান নাফিলবিলাকক দেখি, আমাৰ মানত আমি ফৰিঙৰ নিচিনা হলোঁ; আৰু সিহঁতৰ দৃষ্টিতো তেনেকুৱাই আছিলোঁ।

ইস্রায়েলৰ সন্তানবিলাকে বিদ্রোহ-আচৰণ কৰা, আৰু তাৰ দণ্ড।

**১৪** পাছে গোটেই মণ্ডলীয়ে বড়কৈ এৰাও কৰিলে; সেই ৰাতি লোকবিলাকে কান্দিলে। [২] আৰু ইস্রায়েলৰ সন্তানবিলাকৰ সকলোৱে মোচি আৰু হাৰোণৰ অহিতে বকিবলৈ ধৰিলে; আৰু গোটেই মণ্ডলীয়ে তেওঁবিলাকৰ আগতে কলে, হায় হায়, আমি মিচৰ দেশতে মৰা হলে, নাইবা এই অৰণ্যতে মৰা হলে কেনে ভাল আছিল! [৩] যিহোৱাই আমাক তৰোৱালৰ ধাৰত পেলাবলৈ, আৰু আমাৰ লৰা-তিৰুতাবোৰক লুট কৰাবলৈ এই দেশলৈ আমাক কিয় আনিছে? মিচৰ দেশলৈ উলটি যোৱা জানো আমাৰ ভাল নহয়? [৪] পাছে সিবিলাকে ইজনে সিজনক কলে, আমি এজনক প্রধান কৰি লৈ মিচৰ দেশলৈ উলটি যাওঁ বলা। [৫] তাতে মোচি আৰু হাৰোণে ইস্রায়েলৰ সন্তানবিলাকৰ মণ্ডলীৰ, সিবিলাকৰ গোটেই সমাজৰ আগত উবুৰি হৈ পৰিল। [৬] দেশ গুপুতে চাই অহাবিলাকৰ মাজত নূনৰ পুত্র যিহোচূৱা আৰু যিফুন্নিৰ পুত্র কালেবে আপোন আপোন কাপৰ ফালি, [৭] ইস্রায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীক কলে, আমি যি দেশ চাবলৈ দেশৰ মাজেদি গৈছিলোঁ, সেয়ে যাৰ পৰ নাই উত্তম দেশ। [৮] যিহোৱাই যদি আমাত সন্তোষ পায়, তেন্তে তেওঁ আমাক সেই দেশলৈ নিব, আৰু দুগ্ধ মধু বোৱা সেই দেশ আমাক দিব। [৯] কেৱল তোমালোকে কোনো ৰূপে যিহোৱাৰ বিৰুদ্ধে বিদ্রোহ-আচৰণ নকৰিবা, আৰু সেই দেশৰ লোকবিলাকলৈ ভয় নকৰিবা; কিয়নো সিহঁত আমাৰ ভক্ষ্যস্বৰূপ, সিহঁতৰ আশ্রয় সিহঁতৰ পৰা গুচিল, আৰু যিহোৱা আমাৰ সঙ্গত আছে; সিহঁতলৈ ভয় নকৰিবা। [১০] কিন্তু গোটেই মণ্ডলীয়ে তেওঁবিলাকক শিল দলিয়াই বধ কৰিবলৈ কলে; তাতে সাক্ষাৎ কৰা তাম্বুত যিহোৱাৰ প্রতাপ ইস্রায়েলৰ সন্তানবিলাকৰ আগত প্রকাশিত হল।

[১১] পাছে যিহোৱাই মোচিক কলে, এই লোকবিলাকে কিমান দিন মোক হেয়জ্ঞান কৰিব? আৰু ইবিলাকৰ মাজত মই দেখুউৱা আটাই চিন দেখিও, ইবিলাকে কিমান কাল মোলৈ অবিশ্বাসী হৈ থাকিব? [১২] মই মহামাৰীৰ দ্বাৰায় ইবিলাকক আঘাত কৰিম, আৰু ইবিলাকৰ আধিপত্য গুচাম, আৰু ইবিলাকতকৈ তোমাকেই ডাঙৰ আৰু বলৱান জাতি কৰিম। [১৩] তাতে মোচিয়ে যিহোৱাক কলে, তেনে কৰিলে, মিচৰীয়াবিলাকে তাক শুনিবলৈ পাব; কিয়নো সিহঁতৰেই মাজৰ পৰা তুমি আপোন শক্তিৰ দ্বাৰায় এই লোকবিলাকক উলিয়াই আনিলা; [১৪] আৰু সিহঁতে এই দেশ-নিবাসীবিলাককো সম্বাদ দিব। সিহঁতে শুনিছে, যে, তুমি যিহোৱা এই লোকবিলাকৰ মাজত আছা, তুমি যিহোৱাই সম্মুখাসম্মুখিকৈ ইবিলাকক দর্শন দি থাকা, তোমাৰ মেঘ ইবিলাকৰ ওপৰত আছে, আৰু তুমি দিনত মেঘ-স্তম্ভত ৰাতি অগ্নি-স্তম্ভত ইবিলাকৰ আগে আগে যোৱা। [১৫] এতিয়া যদি তুমি এই লোকবিলাকক এজনক মৰাৰ দৰে মাৰা, তেন্তে এই যি আন জাতিবিলাকে তোমাৰ যশস্যাৰ কথা শুনিছে, সিহঁতে কব, [১৬] যিহোৱাই এই লোকবিলাকক যি দেশ দিবলৈ শপথ কৰিছিল, সেই দেশলৈ সিহঁতক নিবলৈ তেওঁ

অসমৰ্থ হল, এই নিমিত্তে অৰণ্যত সিহঁতক মাৰিলে। [১৭] এতিয়া মই এই নিবেদন কৰোঁ, যিহোৱা ক্ৰোধত ধীৰ আৰু দয়াতো মহান, অপৰাধ আৰু আজ্ঞা-লঙ্ঘন ক্ষমা কৰোঁতা, তথাপি তেওঁ অৱশ্যে দোষীক নিৰ্দ্দোষী নকৰে, আৰু তৃতীয় চতুৰ্থ পুৰুষলৈকে সন্তানবিলাকক পিতৃবিলাকৰ অপৰাধৰ প্ৰতিফল দিওঁতা, [১৮] তুমি এই কথা কোৱামতে প্ৰভুৰ মহৎ প্ৰতাব দেখা যাওক। [১৯] বিনয় কৰোঁ, তুমি মিচৰ দেশৰ পৰা এতিয়ালৈকে এই লোকবিলাকক যেনেকৈ ক্ষমা কৰি আহিছা, তেনেকৈ তোমাৰ মহৎ কৃপাৰ দৰে ইবিলাকৰ এই অপৰাধ ক্ষমা কৰা। [২০] তেতিয়া যিহোৱাই কলে, তোমাৰ বাক্যমতে মই সিবিলাকক ক্ষমা কৰিলোঁ। [২১] তথাপি মই যদি স্বৰূপেই জীৱন্ত ঈশ্বৰ হওঁ, আৰু গোটেই পৃথিবী যদি যিহোৱাৰ প্ৰতাপেৰে পৰিপূৰ্ণ হয়, [২২] তেন্তে ইবিলাকৰ মাজত যিমান লোকে মোৰ প্ৰতাপ, আৰু মিচৰত ও অৰণ্যত দেখুউৱা মোৰ চিন দেখিও, এই দহবাৰ মোক পৰীক্ষা কৰিছে, আৰু মোৰ বাক্যলৈ কাণ নিদিয়া হৈছে, [২৩] ইবিলাকৰ পূৰ্ব্বপুৰুষবিলাকৰ আগত মই যি দেশ দিবলৈ শপথ কৰিছিলোঁ, ইবিলাকৰ কোনেও সেই দেশ দেখিবলৈ নেপাব, মোক হেয়জ্ঞান কৰাবিলাকৰ মাজৰ কোনেও তাক দেখা নেপাব। [২৪] কিন্তু মোৰ দাস কালেবৰ মন বেলেগ, তেওঁ সম্পূৰ্ণৰূপে মোৰ আজ্ঞামতে চলিলে; এতেকে তেওঁ যি দেশত সোমাল, সেই দেশৰ ভিতৰলৈ মই তেওঁক নিম, আৰু তেওঁৰ বংশই তাক অধিকাৰ কৰিব। [২৫] অমালেকীয়া আৰু কনানীয়া লোকবিলাকে উপত্যকাত বাস কৰিছে; কাইলৈ তোমালোকে মুখ ঘূৰাই চূফ সাগৰৰ বাটেদি অৰণ্যলৈ যাবা।

[২৬] পাছে যিহোৱাই মোচি আৰু হাৰোণক কলে, [২৭] মোৰ বিৰুদ্ধে বকি থকা এই দুষ্ট মণ্ডলীৰ ভাৰ মই কিমান কাল সহিম? ইস্ৰায়েলৰ সন্তানবিলাকে মোৰ বিৰুদ্ধে যি যি বকিছিল, তাক মই শুনিলোঁ। [২৮] তুমি সিবিলাকক কোৱা, যিহোৱাই এই কথা কৈছে, মোৰ জীৱনৰ শপথ, তোমালোকে মোৰ কাণত যি কলা, অৱশ্যে মই তোমালোকলৈ তাক কৰিম। [২৯] তোমালোকৰ সম্পূৰ্ণ সংখ্যা অনুসাৰে গণিত হোৱা বিশ বছৰ আৰু তাত্কৈয়ো অধিক বয়সীয়া তোমালোকৰ যি সকলো লোকে মোৰ অহিতে বকিছিল, তোমালোকৰ সেই সকলোৰে শব এই অৰণ্যত পতিত হব। [৩০] মই তোমালোকক যি দেশত বাস কৰাবলৈ শপথ কৰিছিলোঁ, সেই দেশত তোমালোকে সোমাবলৈ নেপাবা; কেৱল যিফুন্নিৰ পুত্ৰ কালেব আৰু নূনৰ পুত্ৰ যিহোচূৱা সোমাব। [৩১] কিন্তু তোমালোকে আপোনাবিলাকৰ যি লৰা-ছোৱালীবোৰৰ বিষয়ে লুটদ্ৰব্য হব বুলি কৈছিলা, মই সিহঁতক তাত সুমুৱাম; আৰু তোমালোকে যি দেশ অগ্ৰাহ্য কৰিলা, সিহঁতে তাৰ পৰিচয় পাব। [৩২] কিন্তু তোমালোকৰ বিষয়ে হলে, তোমালোকৰ শব এই অৰণ্যত পতিত হব। [৩৩] আৰু তোমালোকৰ সন্তানবিলাকে চল্লিশ বছৰ এই অৰণ্যত ভ্ৰমি ফুৰি, অৰণ্যত তোমালোকৰ শবৰ সংখ্যা পূৰ নহয়মানলৈকে তোমালোকৰ ব্যভিচাৰৰ ফল সিহঁতে ভোগ কৰিব। [৩৪] তোমালোকে যি চল্লিশ দিন দেশ চাই ফুৰিছিলা, সেই দিনৰ লেখ অনুসাৰে চল্লিশ বছৰ, অৰ্থাৎ এক এক দিনৰ নিমিত্তে এক এক বছৰ তোমালোকে আপোন আপোন অপৰাধৰ ফল ভোগ কৰিবা; আৰু মোৰ বিপক্ষতা কেনে, তাক জানিবলৈ পাবা। [৩৫] মই যিহোৱাই ইয়াক কলোঁ, মোৰ বিপৰীতে গোট খোৱা এই গোটেই দুষ্ট মণ্ডলীলৈ মই ইয়াক অৱশ্যে কৰিম; এই অৰণ্যত সিবিলাক নিচেইকৈ বিনষ্ট হব, এই ঠাইতে সিবিলাক মৰিব। [৩৬] পাছে দেশ চাবলৈ মোচিয়ে পঠোৱা যি মানুহবিলাকে উলটি আহি সেই দেশৰ কুযশ কৰি তেওঁৰ অহিতে গোটেই মণ্ডলীক বকাইছিল, [৩৭] দেশৰ কুযশ কৰা সেই মানুহবিলাক যিহোৱাৰ আগত মহামাৰীৰ দ্বাৰায় মৰিল। [৩৮] দেশ চাবলৈ যোৱা সেই মানুহবিলাকৰ মাজত কেৱল নূনৰ পুত্ৰ যিহোচূৱা আৰু যিফুন্নিৰ পুত্ৰ কালেব জীয়াই থাকিল। [৩৯] মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকক সেই সকলো কথা কলত, লোকবিলাকে অতিশয় শোক কৰিলে। [৪০] পাছে সিবিলাকে ৰাতিপুৱাতে ওলাই পৰ্ব্বতৰ টিঙলৈ উঠিবলৈ উদ্যত হৈ কলে, দেখা, এইয়া আমি আছোঁ, যিহোৱাই যি ঠাইৰ বিষয়ে প্ৰতিজ্ঞা কৰিছিল, আমি সেই ঠাইলৈ যাওঁ; কিয়নো আমি পাপ

কা[illegible]। [৪১] তাতে মোচিয়ে কলে, এতিয়া যিহোৱাৰ আজ্ঞা কিয় লঙ্ঘন কৰিছা? তোমালোকৰ সেই কাৰ্য্য সাফল নহব; [৪২] তোমালোকে উঠি নেযাবা, কাৰণ যিহোৱা তোমালোকৰ মাজত নাই; গলে শক্ৰুৰ আগত ঘাটিবা। [৪৩] কিয়নো অমালেকীয়া আৰু কনানীয়া লোকবিলাক সেই ঠাইত তোমালোকৰ আগত আছে, আৰু তোমালোক তৰোৱালৰ ধাৰত পতিত হবা; তোমালোক যিহোৱাৰ পাছত চলিবলৈ বিমুখ হোৱাত, যিহোৱা তোমালোকৰ লগত নেথাকিব। [৪৪] তথাপি সিবিলাকে কুসাহ কৰি, পৰ্ব্বতৰ টিঙলৈ উঠি গল; কিন্তু যিহোৱাৰ নিয়ম-চন্দুক আৰু মোচি ছাউনিৰ পৰা নগল। [৪৫] তেতিয়া সেই পৰ্ব্বতত থকা অমালেকীয়া আৰু কনানীয়া লোকবিলাকে নামি আহি সিবিলাকৰ কিছুমানক বধ কৰিলে, আৰু হৰ্মালৈকে সিবিলাকক আঘাত কৰি কৰি খেদিলে।

ভক্ষ্য নৈবেদ্য আদি বিষয়ৰ বিধি। বিশ্ৰাম-বাৰ লঙ্ঘন কৰা লোকৰ প্ৰাণদণ্ড।

**১৫** পাছে যিহোৱাই মোচিক কলে, [২] তুমি ইস্রায়েলৰ সন্তানবিলাকক কোৱা, সিবিলাকক এই আজ্ঞা দিয়া, মই তোমালোকক যি দেশ দিম, তোমালোকে বসতি কৰিব লগা সেই দেশত সোমোৱাৰ পাছে, [৩] যেতিয়া তোমালোকে প্ৰতিজ্ঞা-সিদ্ধিৰ অৰ্থে, বা আপোন ইচ্ছাৰে এনেই দিবৰ অৰ্থে, নাইবা তোমালোকৰ পৰ্ব্বৰ দিনত, গৰু, কি মেৰ, কি ছাগৰ জাকৰ পৰা আনি যিহোৱাক সুঘ্ৰাণ দিবৰ নিমিত্তে, হোম-বলি বা মঙ্গলাৰ্থক বলি আদি অগ্নিকৃত উপহাৰ যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰিবা, [৪] তেতিয়া যিহোৱাৰ উদ্দেশে উপহাৰ উৎসৰ্গ কৰা লোকে হোম-বলি আৰু আন বলিৰ অৰ্থে দিয়া প্ৰত্যেক মেৰে সৈতে, হীনৰ চাৰি ভাগৰ এভাগ তেল মিহলোৱা মিহি আটাগুড়িৰ দহ ভাগৰ এভাগ ভক্ষ্য নৈবেদ্য আনিব, [৫] আৰু তুমি হীনৰ চাৰি ভাগৰ এভাগ দ্ৰাক্ষাৰসৰ পেয় নৈবেদ্য যুগুত কৰিবা। [৬] বা এটা মটা মেৰে সৈতে, তুমি যিহোৱাৰ উদ্দেশে সুঘ্ৰাণৰ অৰ্থে, হীনৰ তিনি ভাগৰ এভাগ তেল মিহলোৱা মিহি আটাগুড়িৰ দহ ভাগৰ দুভাগেৰে ভক্ষ্য নৈবেদ্য যুগুত কৰিবা; [৭] আৰু পেয় নৈবেদ্যৰ নিমিত্তে হীনৰ তিনি ভাগৰ এভাগ দ্ৰাক্ষাৰস উৎসৰ্গ কৰিবা। [৮] আৰু যিহোৱাৰ উদ্দেশে প্ৰতিজ্ঞা সিদ্ধ কৰিবলৈ, বা মঙ্গলাৰ্থক বলিৰ অৰ্থে যেতিয়া তুমি হোম-বলি বা আন বলিস্বৰূপে দমৰা গৰু উৎসৰ্গ কৰিবা, [৯] তেতিয়া সেই দমৰাই সৈতে, হীনৰ আধা ভাগ তেল মিহলোৱা দহ ভাগৰ তিনি ভাগ মিহি আটাগুড়িৰ ভক্ষ্য নৈবেদ্য অনা হব; [১০] আৰু পেয় নৈবেদ্যৰ অৰ্থে হীনৰ আধা ভাগ দ্ৰাক্ষাৰস আনিবা; সেয়ে যিহোৱাৰ উদ্দেশে সুঘ্ৰাণ দিয়া অগ্নিকৃত উপহাৰ হব। [১১] প্ৰত্যেক দমৰা নাইবা প্ৰত্যেক মটা মেৰ; বা প্ৰত্যেক মটা মেৰ পোৱালি, বা প্ৰত্যেক ছাগ পোৱালিৰ নিমিত্তে এই ৰূপে কৰিব লাগিব। [১২] তোমালোকে যিমান পশু উৎসৰ্গ কৰিবা, সেইবোৰৰ সংখ্যা অনুসাৰে প্ৰত্যেক পশুলৈ এই ৰূপে ব্যৱহাৰ কৰিবা। [১৩] স্বদেশীয় লোকবিলাকে যিহোৱাৰ উদ্দেশে সুঘ্ৰাণৰ অৰ্থে অগ্নিকৃত উপহাৰ উৎসৰ্গ কৰিবৰ সময়ত, সিবিলাক আটায়ে এই নিয়মৰ দৰে সেই সকলো যুগুত কৰিব। [১৪] আৰু তোমালোকৰ লগত প্ৰবাস কৰা কোনো বিদেশী লোকে, নাইবা তোমালোকৰ মাজত পুৰুষানুক্ৰমে বাস কৰা কোনো লোকে যদি যিহোৱাৰ উদ্দেশে সুঘ্ৰাণ দিবৰ অৰ্থে অগ্নিকৃত উপহাৰ উৎসৰ্গ কৰিব খোজে, তেন্তে তোমালোকে যি ৰূপে কৰা, সিও সেই ৰূপে কৰিব। [১৫] সমাজৰ নিমিত্তে হলে, তোমালোক আৰু তোমালোকৰ মাজত প্ৰবাস কৰা বিদেশী লোক, উভয়ৰে একেটা বিধি হব; এয়ে তোমালোকৰ পুৰুষানুক্ৰমে পালন কৰিব লগীয়া চিৰস্থায়ী বিধি; যিহোৱাৰ আগত তোমালোক যেনে, বিদেশীও তেনে। [১৬] তোমালোকৰ আৰু তোমালোকৰ মাজত প্ৰবাস কৰা বিদেশী, উভয়ৰে একে বিধি আৰু একে শাসন-প্ৰণালী হব।

[১৭] পাছে যিহোৱাই মোচিক কলে, [১৮] তুমি ইস্রায়েলৰ সন্তানবিলাকক কোৱা, সিবিলাকক এই আজ্ঞা দিয়া, মই তোমালোকক যি দেশলৈ লৈ আহিছোঁ, সেই দেশত সোমোৱাৰ পাছে, [১৯] তোমালোকে সেই দেশৰ অন্ন ভোজন কৰা কালত যিহোৱাৰ উদ্দেশে উত্তোলনীয় নৈবেদ্য উৎসৰ্গ কৰিবা। [২০] তোমালোকে প্ৰথমে উৎপন্ন

হোৱা শস্যৰ খৰচীয়া আটাৰ এটা পিঠা উত্তোলনীয় নৈবেদ্যস্বৰূপে উৎসৰ্গ কৰিবা; মৰণা মৰা খোলাৰ উত্তোলনীয় নৈবেদ্যৰ নিচিনাকৈ ইয়াকো উৎসৰ্গ কৰিবা। ২১ তোমালোকে পুৰুষানুক্ৰমে প্ৰথমে উৎপন্ন হোৱা শস্যৰ আপোন আপোন খৰচীয়া আটাৰ কিছু উত্তোলনীয় নৈবেদ্যস্বৰূপে যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰিবা।

২২ আৰু মোচিক যিহোৱাই কোৱা এই সকলো আজ্ঞা, ২৩ অৰ্থাৎ যিহোৱাই যি দিনা তোমালোকক আজ্ঞা দিছিল, সেই দিনাৰ পৰা তোমালোকৰ পুৰুষানুক্ৰমে তেওঁ মোচিৰ দ্বাৰায় যি যি আজ্ঞা কৰিছিল, সেই সকলোকে যেতিয়া তোমালোকে ভুলক্ৰমে পালন নকৰা, ২৪ তেতিয়া সেয়ে যদি মণ্ডলীয়ে নজনাকৈ ভুলক্ৰমে কৰা হয়, তেন্তে গোটেই মণ্ডলীয়ে যিহোৱাৰ উদ্দেশে সুঘ্ৰাণৰ অৰ্থে হোমৰ নিমিত্তে এটা দমৰা, আৰু নিয়মমতে তাৰ ভক্ষ্য ও পেয় নৈবেদ্য, আৰু পাপাৰ্থক বলিৰ নিমিত্তে এটা মটা ছাগ উৎসৰ্গ কৰিব। ২৫ আৰু পুৰোহিতে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীক প্ৰায়শ্চিত্ত কৰিব; তাতে সিবিলাকক ক্ষমা কৰা হব; কিয়নো তাক ভুলক্ৰমে কৰা হল, আৰু সিবিলাকে সেই ভুলৰ নিমিত্তে যিহোৱাৰ উদ্দেশে আপোনাবিলাকৰ উপহাৰ, আপোনাবিলাকৰ অগ্নিকৃত উপহাৰ আনিলে, আৰু যিহোৱাৰ উদ্দেশে আপোনাবিলাকৰ পাপাৰ্থক বলিও আনিলে। ২৬ এই ৰূপে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীক, আৰু সিবিলাকৰ মাজত প্ৰবাস কৰা বিদেশীক ক্ষমা কৰা হব; কিয়নো সকলো লোকৰ সম্পৰ্কে সেই কাৰ্য্য ভুলক্ৰমে কৰা হল। ২৭ আৰু যদি কোনো মানুহে ভুলক্ৰমে পাপ কৰে, তেন্তে সি পাপাৰ্থক বলিস্বৰূপে এজনী এবছৰীয়া ছাগলী উৎসৰ্গ কৰিব। ২৮ আৰু যিহোৱাৰ সাক্ষাতে সেই লোকে ভুলক্ৰমে পাপ কৰাত, সেই ভুল কৰা লোকক প্ৰায়শ্চিত্ত কৰিবলৈ পুৰোহিতে তাৰ নিমিত্তে প্ৰায়শ্চিত্তৰ কাৰ্য্য কৰিব; তাতে তাক ক্ষমা কৰা হব। ২৯ ইস্ৰায়েলৰ সন্তানবিলাকৰ স্বজাতীয় বা সিবিলাকৰ মাজত প্ৰবাস কৰা বিদেশী হওক উভয়ৰে নিমিত্তে, ভুলক্ৰমে কোনো কাৰ্য্য কৰা লোকৰ অৰ্থে একেটা বিধি হব। ৩০ কিন্তু স্বদেশীয় কি বিদেশীয় যি মানুহে কৰোঁ বুলি পাপ কৰিব, সি যিহোৱাক [illegible]। সেই মানুহক আপোন লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন কৰা হব। ৩১ কিয়নো সি যিহোৱাৰ বাক্য হেয়জ্ঞান কৰিলে, আৰু তেওঁৰ আজ্ঞা লঙ্ঘন কৰিলে; অৱশ্যে সেই মানুহক উচ্ছন্ন কৰা হব, আৰু তাৰ দোষ তাৰ গাতে থাকিব।

৩২ আৰু ইস্ৰায়েলৰ সন্তানবিলাক যেতিয়া অৰণ্যত আছিল, তেতিয়া সিবিলাকে বিশ্ৰামদিনত এজনক খৰি বোটলা পালে। ৩৩ আৰু যিবিলাকে তাক খৰি বোটলা পাইছিল, সিবিলাকে মোচি, হাৰোণ, আৰু গোটেই মণ্ডলীৰ আগলৈ তাক আনিলে। ৩৪ আৰু সিবিলাকে তাক বন্ধ কৰি ৰাখিলে; কিয়নো তালৈ কি কৰা উচিত, সেয়ে ঠিক্‌কৈ প্ৰকাশিত হোৱা নাছিল। ৩৫ পাছে যিহোৱাই মোচিক কলে, সেই মানুহৰ প্ৰাণদণ্ড অৱশ্যে হব লাগে; গোটেই মণ্ডলীয়ে তাক ছাউনিৰ বাহিৰলৈ নি শিল দলিয়াই বধ কৰিব। ৩৬ তেতিয়া, যিহোৱাই মোচিক আজ্ঞা কৰাৰ দৰে, গোটেই মণ্ডলীয়ে তাক ছাউনিৰ বাহিৰলৈ লৈ গৈ, সি মৰাকৈ, তালৈ শিল দলিয়ালে।

৩৭ পাছে যিহোৱাই মোচিক কলে, ৩৮ তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, সিবিলাকক এই আজ্ঞা দিয়া; সিবিলাকে পুৰুষানুক্ৰমে আপোন আপোন কাপৰৰ চুকত আৰিবলৈ সূতাৰ থোপা সাজোক, আৰু আপোন আপোন কাপৰৰ চুকত লগাব লগীয়া থোপাত নীল বৰণীয়া ফিতা লগাওক। ৩৯ তোমালোকে যেন সেই থোপা দেখি, যিহোৱাৰ আজ্ঞাবোৰ সোঁৱৰণ কৰি পালন কৰা, আৰু আপোনাৰ যি মন আৰু চকুৰ পাছত চলি তোমালোকে ব্যভিচাৰী হৈছিলা, সেই মন আৰু চকুৰ পাছত যেন আৰু নচলা, ৪০ কিন্তু মোৰ সকলো আজ্ঞা সুঁৱৰি পালন কৰি, আপোন ঈশ্বৰৰ উদ্দেশে যেন পবিত্ৰ হোৱা, এই নিমিত্তে তোমালোকলৈ সেই থোপা হব। ৪১ তোমালোকৰ ঈশ্বৰ যিহোৱা হবৰ নিমিত্তে, যি জনাই তোমালোকক মিচৰ দেশৰ পৰা উলিয়াই আনিলে,ময়েই তোমালোকৰ সেই ঈশ্বৰ যিহোৱা;ময় তোমালোকৰ ঈশ্বৰ যিহোৱা।

### কোৰহৰ চক্রান্ত।

**১৬** পাছে লেবীৰ পৰিনাতি, কহাতৰ নাতিয়েক, যিচ্‌হৰৰ পুতেক কোৰহ, আৰু ৰূবেণৰ সন্তানবিলাকৰ মাজৰ, ইলীয়াবৰ পুতেক দাথন আৰু অবীৰাম, আৰু পেলতৰ পুতেক ওনে [২] ইস্রায়েলৰ সন্তানবিলাকৰ মাজৰ দুশ পঞ্চাশ জন মণ্ডলীৰ অধ্যক্ষ আৰু সমাজভুক্ত নাম জলা লোকক লগত লৈ, মোচিৰ বিৰুদ্ধে উঠিল। [৩] সিহঁতে মোচি আৰু হাৰোণৰ বিৰুদ্ধে গোট খাই তেওঁবিলাকক কলে, তোমালোকে আপোনা-বিলাকৰ পদ বড় বুলি মানিছা; কিয়নো গোটেই মণ্ডলীৰ প্রতিজনেই পবিত্র, আৰু যিহোৱা সিবিলাকৰ মাজত আছে; তেন্তে তোমালোকে কিয় যিহোৱাৰ সমাজৰ ওপৰত আপোনাবিলাকক ওখ কৰিছা? [৪] তেতিয়া মোচিয়ে তাকে শুনি উবুৰি হৈ পড়িল। [৫] আৰু তেওঁ কোৰহক আৰু তাৰ গোটেই দলক কলে, যিহোৱাৰ লোক কোন, আৰু কোন পবিত্র, যিহোৱাই তাক ৰাতিপুৱাই জনাব, আৰু তাক আপোনাৰ ওচৰ চপাব; তেওঁ যাকে মনোনীত কৰিব, তাকে আপোনাৰ ওচৰ চপাব। [৬] হে কোৰহ, আৰু তোমাৰ গোটেই দল, এই কাম কৰা; [৭] তোমালোকে আঙ্গঠা-ধৰা লৈ, তাত জুই দি, কাইলৈ যিহোৱাৰ আগত তাৰ ওপৰত ধূপ দিবা; তাতে যিহোৱাই যাক মনোনীত কৰিব, সেই মানুহেই পবিত্র হব; হে লেবীৰ সন্তানবিলাক, তোমালোকে আপোনাবিলাকক বড় বুলি মানিছা। [৮] পাছে মোচিয়ে কোৰহক কলে, হে লেবীৰ সন্তানবিলাক, মোৰ কথা শুনা; [৯] ইস্রায়েলৰ ঈশ্বৰে যে তোমালোকক ইস্রায়েলৰ মণ্ডলীৰ পৰা পৃথক কৰি, যিহোৱাৰ আবাসৰ দাস্যকর্ম্ম কৰিবলৈ, আৰু মণ্ডলীৰ আগত থিয় হৈ তাৰ পৰিচর্য্যা কৰিবলৈ আপোনাৰ ওচৰ চপাই ৰাখিছে, ই জানো তোমালোকৰ মানত সৰু কথা? [১০] তেওঁ তোমাক, আৰু তোমাৰে সৈতে তোমাৰ ভাই লেবীৰ সন্তানবিলাকক আপোনাৰ ওচৰ চপাই ৰাখিছে, তথাপি তোমা-লোকে পুৰোহিতৰ বাবলৈকো চেষ্টা কৰিছা নে? [১১] এতেকে তুমি আৰু তোমাৰ গোটেই দলে যিহোৱাৰ বিৰুদ্ধে গোট খাইছা; হাৰোণ নো কোন, যে, তোমালোকে তেওঁৰ অহিতে বকিছা? [১২] পাছে মোচিয়ে ইলীয়াবৰ পুতেক দাথনক আৰু অবীৰামক মাতিবলৈ মানুহ পঠালে: কিন্তু সিবিলাকে কলে, আমি নেযাওঁ; [১৩] তুমি আমাক অৰণ্যত মাৰিবলৈ দুগ্ধ মধু বোৱা দেশৰ পৰা আনিছা এয়ে জানো সৰু কথা? তুমি সদায় আমাৰ ওপৰত অধিকাৰ কৰি থাকিবা নে? [১৪] অকল এয়ে নহয়, তুমি আমাক দুগ্ধ মধু বোৱা দেশলৈ নিয়া নাই, আৰু শস্যৰ ক্ষেতি ও দ্রাক্ষাবাৰীৰো অধিকাৰ দিয়া নাই; তুমি এই লোকবিলাকক অন্ধ কৰিবা নে? আমি নেযাওঁ। [১৫] তাতে মোচিয়ে অতিশয় ক্রুদ্ধ হৈ যিহোৱাক জনালে, বোলে, ইহঁতৰ উপহাৰ গ্রহণ নকৰিবা; ময় ইহঁতৰ পৰা এটা গাধও লোৱা নাই, আৰু ইহঁতৰ এজনকো দুঃখ দিয়া নাই। [১৬] পাছে মোচিয়ে কোৰহক কলে, তুমি আৰু তোমাৰ গোটেই দল কাইলৈ হাৰোণে সৈতে যিহোৱাৰ আগত উপস্থিত হবা। [১৭] তোমালোক প্রতিজনে আঙ্গঠা-ধৰা লৈ তাৰ ওপৰত ধূপ দি, আপোন আপোন আঙ্গঠা-ধৰা যিহোৱাৰ আগলৈ আনিবা; দুশ পঞ্চাশ আঙ্গঠা-ধৰা আগ কৰিবা; তুমি আৰু হাৰোণেও আপোন আপোন আঙ্গঠা-ধৰা লবা। [১৮] পাছে সিবিলাক প্রতিজনে আপোন আপোন আঙ্গঠা-ধৰা লৈ, তাৰ ওপৰত জুই ৰাখি, ধূপ দি, মোচি আৰু হাৰোণৰ লগত সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখত থিয় হল। [১৯] আৰু কোৰহে সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰৰ ওচৰত তেওঁবিলাকৰ অহিতে গোটেই মণ্ডলীকে গোট খুৱালে; তেতিয়া যিহোৱাৰ প্রতাপ গোটেই মণ্ডলীলৈ প্রকাশিত হল।

[২০] পাছে যিহোৱাই মোচি আৰু হাৰোণক কলে, [২১] তোমালোক এই মণ্ডলীৰ মাজৰ পৰা পৃথক হোৱা; ময় এক নিমিষতে ইবিলাকক সংহাৰ কৰোঁ। [২২] তাতে তেওঁবিলাকে উবুৰি হৈ পড়ি কলে, হে ঈশ্বৰ, হে সকলোৰে শৰীৰত থকা আত্মাৰ ঈশ্বৰ, এজনে পাপ কৰাত তোমাৰ কোপ জানো গোটেই মণ্ডলীৰ ওপৰত হব লাগে? [২৩] তেতিয়া যিহোৱাই মোচিক কলে, [২৪] তোমালোক কোৰহ, দাথন, আৰু অবীৰামৰ বসতিৰ ঠাইৰ চাৰিও কালৰ পৰা গুচি যোৱা। [২৫] তাতে মোচি উঠি

দাথন আরু অবীরামর ওচরলৈ গল, আরু ইস্রায়েলর বৃদ্ধবিলাক তেওঁর পাছে পাছে গল। ২৬ পাছে তেওঁ মণ্ডলীক কলে, বিনয় করোঁ, তোমালোকে এই দুষ্ট মানুহবোরর তাম্বুর ওচরর পরা আঁতরি যোবা, আরু ইহঁতর একো বস্তু নুচুবা; নহলে ইহঁতর পাপসমূহত বিনষ্ট হবা। ২৭ তাতে সিবিলাক কোরহ, দাথন, আরু অবীরামর বসতির ঠাইর চারিওফালর পরা আঁতরি গল; কিন্তু দাথন আরু অবীরাম ওলাই আপোন আপোন লরা-তিরুতাই সৈতে আপোন আপোন তাম্বুর দুবার-মুখত থিয় হল। ২৮ পাছে মোচিয়ে কলে, এই সকলো কার্য্য করিবলৈ মোক যে যিহোবাই পঠালে, তাক ইয়ার দ্বারায় জানিবলৈ পাবা; কিয়নো মই আপোন ইচ্ছারে তাক করা নাই। ২৯ আন মানুহবিলাক যি মরণেরে মরে, এই মানুহবিলাকো যদি তেনে মরণেরে মরে, বা আন মানুহবিলাকলৈ যেনে আপদ ঘটে, এই মানুহবিলাকলৈকো যদি তেনে আপদ ঘটে, তেন্তে যিহোবাই মোক পঠোবা নাই; ৩০ কিন্তু যিহোবাই যদি নতুন কার্য্য করে, আরু যদি পৃথিবীয়ে আপোনার মুখ মেলি ইহঁতক, আরু ইহঁতর সকলোকে গ্রাস করে, আরু ইহঁত জীয়াই জীয়াই চিয়োললৈ নামি যায়, তেন্তে ইহঁতে যে যিহোবাক হেয়জ্ঞান করিলে, তাক তোমালোকে জানিবলৈ পাবা। ৩১ পাছে মোচিয়ে এইবোর কথা কৈ শেষ করা মাত্রকে, সিহঁতর তলত থকা মাটি ফাটিল, ৩২ আরু পৃথিবীয়ে আপোন মুখ মেলি সিহঁতক আরু সিহঁতর পরিয়ালবোরক আরু কোরহর আটাই মানুহক আরু সিহঁতর সর্ব্বস্ব গ্রাস করিলে। ৩৩ এই রূপে সিহঁত আরু সিহঁতর লগর সকলোবেই জীয়াই জীয়াই চিয়োললৈ নামি গল; আরু পৃথিবী সিহঁতর ওপরত জাপ খাই পরিলত, সিহঁত সমাজর মাজর পরা লুপ্ত হল। ৩৪ তাতে সিহঁতর চারিওফালে থকা গোটেই ইস্রায়েলে সিহঁতর চিঁঞর শুনি পলাল; কিয়নো সিবিলাকে কৈছিল, পৃথিবীয়ে কিজানি আমাকো গ্রাস করিব। ৩৫ পাছে যিহোবার পরা অগ্নি ওলাই ধূপ উৎসর্গ করা সেই দুশ পঞ্চাশ জনক গ্রাস করিলে।

৩৬ পাছে যিহোবাই মোচিক কলে, তুমি হারোণর পুত্র ইলিয়াজর পুরোহিতক অগ্নিয়ে গ্রাস করা ঠাইর পরা এই সকলো আঙঠা-ধরা তুলি নিবলৈ, ৩৭ আরু তার জুই দূরৈত সিচরতি করি পেলাই দিবলৈ কোবা; কিয়নো সেইবোর আঙঠা-ধরা পবিত্র। ৩৮ আপোনার প্রাণর বিরুদ্ধে পাপ করা সেই লোকবিলাকর আঙঠা-ধরাবোর পিটাই যজ্ঞবেদি ঢাকিবর নিমিত্তে লোক-বিলাকে পতা করোক; কিয়নো সিহঁতে সেইবোর যিহোবার আগত উৎসর্গ করিলে; এই হেতুকে সেইবোর পবিত্র; আরু সেইবোর ইস্রায়েলর সন্তানবিলাকলৈ চিন হব। ৩৯ তাতে সেই গ্রাসিত লোকবিলাকে উৎসর্গ করা পিত্তলর আঙঠা-ধরাবোর ইলিয়াজর পুরোহিতে নিলে, ৪০ আরু মোচির দ্বারায় যিহোবাই দিয়া আজ্ঞা অনুসারে, ইস্রায়েলর সন্তানবিলাকর সোঁবরণর অর্থে, অর্থাৎ হারোণর বংশর বাহিরে আন বংশর কোনো মানুহ যেন যিহোবার আগত ধূপ উৎসর্গ করিবর নিমিত্তে ওচর নেচাপে, আরু কোরহর ও তার দলর নিচিনা নহয়, এই নিমিত্তে সেইবোর পিটাই যজ্ঞবেদির ঢাকনির অর্থে পতা করা হল।

৪১ তথাপি পাছদিনা ইস্রায়েলর সন্তান-বিলাকর গোটেই মণ্ডলীয়ে মোচি আরু হারোণর বিরুদ্ধে বকি কলে, তোমালোকেই যিহোবার প্রজাবিলাকক বধ করিলা। ৪২ পাছে মণ্ডলীয়ে মোচি আরু হারোণর বিরুদ্ধে গোট খালত, সিবিলাকে সাক্ষাৎ করা তাম্বুলৈ মুখ ঘূরাই দেখিলে, যে, মেঘে তাক ঢাকিছে আরু যিহো-বার প্রতাপ প্রকাশিত হৈছে। ৪৩ তেতিয়া মোচি আরু হারোণ সাক্ষাৎ করা তাম্বুর আগলৈ গল। ৪৪ তাতে যিহোবাই মোচিক কলে, ৪৫ তোমালোক এই মণ্ডলীর মাজর পরা আঁতরি যোবা, মই এক নিমিষতে ইহঁতক সংহার করোঁ; তেতিয়া তেওঁবিলাক উবুরি হৈ পরিল। ৪৬ পাছে মোচিয়ে হারোণক কলে, তোমার আঙঠা-ধরা লোবা, আরু যজ্ঞবেদির ওপরর পরা জুই লৈ তাত ধূপ দি, শীঘ্রে মণ্ডলীর ওরিলৈ লৈ যোবা, আরু সিবিলাকক প্রায়শ্চিত্ত করা; কিয়নো যিহোবার আগর পরা ক্রোধ বাহির হোবাত মহামারী আরম্ভ হল। ৪৭ তাতে হারোণে মোচির আজ্ঞা অনুসারে আঙঠা-ধরা লৈ, সমাজর

মাজলৈ লরি গল ; তেতিয়া দেখা, লোকবিলাকর মাজত মহামারী আরম্ভ হৈছে ; তাতে তেওঁ ধূপ দি লোকবিলাকক প্রায়শ্চিত্ত করিলে। [৪৮] আরু মরা ও জীয়া লোকবিলাকর মাজত তেওঁ থিয় হোৱাত, মহামারী নিবারণ হল। [৪৯] যিবিলাক লোক কোরহর দোষত মরিছিল, সেইবিলাকর বাহিরে চৌদ্ধ হাজার সাত শ লোক এই মহামারীত মরিল। [৫০] পাছে মহামারী নিবারণ হলত, হারোণ সাক্ষাৎ করা তাম্বুর দুৱার-মুখলৈ মোচির গুরিলৈ উলটি আহিল।

হারোণর পৌরোহিত্যর প্রমাণ দেখুউৱা।

১৭ পাছে যিহোৱাই মোচিক কলে, [২] তুমি ইস্রায়েলর সন্তানবিলাকক কথা কৈ সিবিলাকর পিতৃ-বংশর অধ্যক্ষবিলাকর পরা এক এক পিতৃ-বংশর নিমিত্তে এডাল এডাল লাখুটি, এই রূপে বারডাল লাখুটি লোৱা, আরু প্রত্যেকর লাখুটিত তেওঁর নাম লিখা। [৩] আরু লেবীর লাখুটিত হারোণর নাম লিখা; কিয়নো সিবিলাকর প্রত্যেক পিতৃ-বংশর মুখ্য লোকর নিমিত্তে এডাল এডাল লাখুটি হব। [৪] আরু সাক্ষাৎ করা তাম্বুত যি ঠাইতময় তোমালোকে সৈতে সাক্ষাৎ হওঁ, সেই ঠাইতে সাক্ষ্য-ফলির চন্দুকর আগত সেই সকলোকে থবা। [৫] পাছে মোর মনোনীত লোকর লাখুটিত কলি ধরিব : তাতে ইস্রায়েলর সন্তানবিলাকে তোমালোকর বিরুদ্ধে বকা বকনি মোর ওচরর পরা ময় দূর করিম। [৬] পাছে মোচিয়ে ইস্রায়েলর সন্তানবিলাকক এই সকলো কলত, সিবিলাকর অধ্যক্ষবিলাকর প্রত্তিজনে আপোন আপোন পিতৃ-বংশর নিমিত্তে এডাল এডাল লাখুটি, এই রূপে বারডাল লাখুটি তেওঁক দিলে; আরু হারোণর লাখুটি সিবিলাকর লাখুটিবোরর মাজত আছিল। [৭] তাতে মোচিয়ে সেই সকলো লাখুটি লৈ, সাক্ষ্যফলি থকা তাম্বুত যিহোৱার আগত থলে। [৮] আরু পাছদিনা মোচিয়ে সাক্ষ্য-ফলি থকা তাম্বুত সোমাই দেখিলে, যে, লেবী-বংশর নিমিত্তে লোৱা হারোণর লাখুটিত কুঁহি ওলাই কলি ধরি ফুলিল, আরু বাদামর পকা গুটি লাগিল। [৯] তেতিয়া মোচিয়ে যিহোৱার সম্মুখর পরা সেই সকলো লাখুটি উলিয়াই ইস্রায়েলর সন্তানবিলাকর আগলৈ আনিলে; আরু সিবিলাক প্রত্তিজনে চাই চাই আপোন আপোন লাখুটি ললে। [১০] পাছে যিহোৱাই মোচিক কলে, এই বিদ্রোহ-আচরণ করা সন্তান-বিলাকর বিরুদ্ধে চিন থাকিবর নিমিত্তে তুমি হারোণর লাখুটিডাল পুনরায় সাক্ষ্য-ফলির চন্দুকর আগত রাখা; তাতে, সিবিলাক নমরিবর নিমিত্তে, মোর বিরুদ্ধে হোৱা সিবিলাকর বকনি নাইকিয়া করিবা। [১১] তেতিয়া মোচিয়ে সেই দরেই করিলে ; যিহোৱাই আজ্ঞা দিয়ার দরেই তেওঁ কার্য্য করিলে।

[১২] পাছে ইস্রায়েলর সন্তানবিলাকে মোচিক কলে, দেখা, আমি মরিলোঁ, আমি বিনষ্ট হলোঁ, আমি সকলোৱেই বিনষ্ট হলোঁ। [১৩] যি কোনো লোক ওচর চাপে, যি কোনো লোক যিহোৱার আবাসর ওচর চাপে, সিয়েই মরা পড়ে ; আমি সকলোৱেই মরা পড়িম নে কি?

সেবীয়াবিলাকে করিব লগীয়া কার্য্য, আরু পাব লগীয়া ভাগ।

১৮ পাছে যিহোৱাই হারোণক কলে, তুমি আরু তোমারে সৈতে তোমার পুত্রবিলাকে আরু তোমার পিতৃ-বংশই পবিত্রস্থানত হোৱা অপরাধর ভার ববা, আরু তুমি ও তোমারে সৈতে তোমার পুত্রবিলাকে পুরোহিত-পদত হোৱা অপরাধর ভার ববা। [২] আরু তোমার ভাই লেবী ফৈদ, অর্থাৎ তোমার পিতৃ-ফৈদক লগত আনিবা ; সিবিলাকে তোমার লগ লৈ, তোমার পরিচর্য্যা করিব লাগে; কিন্তু তুমি আরু তোমারে সৈতে তোমার পুত্রবিলাকে সাক্ষ্য-ফলি থকা তাম্বুর আগত থাকিবা। [৩] আরু সিবিলাকে তোমার আরু গোটেই তাম্বুর করিব লগীয়া কার্য্য করিব ; কিন্তু, সিবিলাক আরু তোমালোক মরা নপড়িবর নিমিত্তে, সিবিলাক পবিত্রস্থানর বস্তুর আরু যজ্ঞবেদির ওচরলৈ নেযাব। [৪] সিবিলাকে তোমার লগ লৈ সাক্ষাৎ করা তাম্বুর আটাই দাস্যকর্ম্মর সম্বন্ধে যি করিব লাগে, সাক্ষাৎ করা তাম্বুর সেই কার্য্য করিব ; আন বংশর কোনো মানুহ তোমালোকর ওচর নেচাপিব। [৫] আরু ইস্রায়েলর সন্তানবিলাকলৈ যেন আরু ক্রোধ নহয়, এই নিমিত্তে তোমালোকে পবিত্রস্থানর আরু যজ্ঞবেদির করিব লগীয়া কার্য্য করিবা।

৬ আৰু দেখা, মই ময়েই তোমালোকৰ ভাই লেবীয়াবিলাকক ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ পৰা গ্ৰহণ কৰিলোঁ; সাক্ষাৎ কৰা তাম্বুৰ দাস্য-কৰ্ম্ম কৰিবৰ অৰ্থে, যিহোৱাৰ উদ্দেশে সিবিলাকক তোমালোকলৈ দান দিয়া হল। ৭ এই হেতুকে তুমি আৰু তোমাৰে সৈতে তোমাৰ পুত্ৰবিলাকে যজ্ঞবেদি-সম্বন্ধীয় সকলো বিষয়ত, আৰু প্ৰচ্ছেদক বস্ত্ৰৰ ভিতৰৰ সকলো বিষয়ত, আপোন আপোন পুৰোহিত-পদৰ কৰিব লগীয়া কাৰ্য্য কৰিবা; তোমালোকে দাস্যকৰ্ম্ম কৰিবা; মই দানস্বৰূপেই পুৰোহিত-পদৰ কাৰ্য্য তোমালোকক দিলোঁ; কিন্তু আন বংশৰ যি কোনো লোক ওচৰ চাপিব, তাৰ প্ৰাণদণ্ড হব।

৮ পাছে যিহোৱাই হাৰোণক কলে, দেখা, মোৰ উত্তোলনীয় নৈবেদ্য অৰ্থাৎ ইস্ৰায়েলৰ সন্তানবিলাকৰ সকলো পবিত্ৰীকৃত বস্তুৰ মাজৰ পৰা অনা মোৰ উত্তোলনীয় নৈবেদ্যবোৰ ৰাখিবলৈ দিলোঁ; মই তোমাক আৰু তোমাৰ পুত্ৰবিলাকক অংশস্বৰূপে সেই সকলোকে তোমালোকক দিলোঁ; তোমালোকে সেইবোৰ পাবলৈ চিৰস্থায়ী বিধি হব। ৯ অগ্নিত নিদিয়াকৈ ৰখা অতি পবিত্ৰ বস্তুৰ মাজৰ এই এইবোৰ তোমাৰ হব: মোৰ উদ্দেশে অনা সিবিলাকৰ প্ৰত্যেক ভক্ষ্য নৈবেদ্য, প্ৰত্যেক পাপাৰ্থক বলি, আৰু প্ৰত্যেক দোষাৰ্থক বলি, এই সকলো উপহাৰ তোমাৰ আৰু তোমাৰ পুত্ৰবিলাকৰ পক্ষে অতি পবিত্ৰ হব। ১০ তুমি সেইবোৰ অতি পবিত্ৰ বস্তু বুলি খাবা; প্ৰতিজন পুৰুষে সেইবোৰ খাব; সেইবোৰ তোমাৰ পক্ষে পবিত্ৰ হব। ১১ আৰু এইবোৰো তোমাৰ হব, অৰ্থাৎ ইস্ৰায়েলৰ সন্তানবিলাকে দান দিয়া সকলো উত্তোলনীয় নৈবেদ্য, আৰু সিবিলাকৰ সকলো দোলনীয় নৈবেদ্য; সদাকালৰ অধিকাৰৰ অৰ্থে মই তোমাক আৰু তোমাৰে সৈতে তোমাৰ পো-জীবিলাকক সেইবোৰ দিলোঁ; তোমাৰ বংশৰ সকলো শুচি লোকে সেইবোৰ ভোজন কৰিব পাৰিব। ১২ সিবিলাকে সকলো উত্তম তেল, উত্তম দ্ৰাক্ষাৰস, আৰু শস্য আদিৰ যি যি আগভাগ যিহোৱাৰ উদ্দেশে দিব, সেইবোৰ মই তোমাক দিলোঁ। ১৩ সিবিলাকৰ ভূমিত উৎপন্ন হোৱা ফল আদিৰ প্ৰথমে পকা যি ভাগ সিবিলাকে যিহোৱাৰ উদ্দেশে আনিব, সিও তোমাৰেই হব; তোমাৰ বংশৰ সকলো শুচি লোকে তাক ভোজন কৰিব পাৰিব। ১৪ ইস্ৰায়েলৰ মাজত বৰ্জ্জিত কৰি দিয়া সকলো বস্তু তোমাৰেই হব। ১৫ মানুহ হওক বা পশু হওক, সকলো প্ৰাণীৰ মাজত গৰ্ভ ভেদ কৰি প্ৰথমে ওলোৱা যিবোৰক সিবিলাকে যিহোৱাৰ অৰ্থে আগ কৰিব, সেই সকলো তোমাৰেই হব; কিন্তু মানুহৰ প্ৰথমে জন্মাক তুমি অবশ্যে মোকলাই দিবা, আৰু অশুচি পশুৰ প্ৰথমে জগাকো তুমি মোকলাই দিবা। ১৬ সেইবিলাকৰ মাজৰ এমাহ বয়সৰে পৰা মোকলাই দিব লগা প্ৰতিজনক পবিত্ৰস্থানৰ চেকল অনুসাৰে, তুমি নিৰূপণ কৰাৰ দৰে পাঁচ চেকল ৰূপলৈ মোকলাই দিবা; বিশ গেৰাই এক চেকল হয়। ১৭ কিন্তু গৰুৰ, বা মেৰৰ, বা ছাগলীৰ প্ৰথমে জগাক তুমি মোকলাই নিদিবা, সেইবোৰ পবিত্ৰ; তুমি যজ্ঞবেদিৰ ওপৰত সেইবোৰৰ তেজ ছটিয়াবা, আৰু যিহোৱাৰ উদ্দেশে সুঘ্ৰাণৰ অৰ্থে অগ্নিকৃত উপহাৰৰ নিমিত্তে সেইবোৰৰ তেল দগ্ধ কৰিবা। ১৮ পাছে সেইবোৰৰ মঙহ তোমাৰ হব; দোলনীয় নৈবেদ্যৰ অৰ্থে দিয়া আমঠু আৰু সোঁ পাছ-পিৰাটো যেনেকৈ তোমাৰ হয়, তেনেকৈ সেইবোৰৰ মঙহো তোমাৰ হব। ১৯ ইস্ৰায়েলৰ সন্তানবিলাকে যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰা পবিত্ৰ বস্তুৰ মাজৰ আটাই উত্তোলনীয় নৈবেদ্য তোমাক আৰু তোমাৰে সৈতে তোমাৰ পো-জীবিলাকক চিৰকালৰ অধিকাৰৰ অৰ্থে দিলোঁ; তোমাৰ আৰু তোমাৰে সৈতে তোমাৰ বংশৰ পক্ষে এয়ে যিহোৱাৰ সাক্ষাতে লোণৰ চিৰস্থায়ী নিয়মৰ চিন হব। ২০ পাছে যিহোৱাই হাৰোণক কলে, সিবিলাকৰ মাটিত তোমাৰ কোনো অধিকাৰ নেথাকিব, আৰু সিবিলাকৰ মাজত তুমি কোনো ভাগ নেপাবা; ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত তোমাৰ ভাগ আৰু আধিপত্য ময়েই।

২১ আৰু দেখা, লেবীৰ সন্তানবিলাকে কৰা দাস্যকৰ্ম্মৰ, সাক্ষাৎ কৰা তাম্বুৰ কাৰ্য্যৰ বেচস্বৰূপে মই সিবিলাকৰ আধিপত্যৰ অৰ্থে ইস্ৰায়েলৰ মাজৰ আটাই দশম ভাগ দিলোঁ। ২২ আৰু ইস্ৰায়েলৰ সন্তানবিলাকে পাপ বৈ যেন নমৰে, এই নিমিত্তে এতিয়াৰ পৰা সিবিলাকে সাক্ষাৎ কৰা তাম্বুৰ ওচৰ চাপিব নেলাগে। ২৩ কিন্তু

লেবীয়াবিলাকেই সাক্ষাৎ করা তাম্বুর দাস্যকর্ম্ম করিব, আরু সিবিলাকে আপোন আপোন অপরাধর ভার বব ; এয়ে তোমালোকর পুরুষানুক্রমে পালন করিব লগীয়া চিরস্থায়ী বিধি ; আরু ইস্রায়েলর সন্তানবিলাকর মাজত সিবিলাকে কোনো অধিকার নেপাব। [২৪] কিয়নো ইস্রায়েলর সন্তানবিলাকে যিহোৱার উদ্দেশে উত্তোলনীয় উপহারস্বরূপে যি দশম ভাগ উৎসর্গ করিব, তাকে ময় লেবীয়াবিলাকর আধিপত্যর অর্থে দিলোঁ ; এই নিমিত্তে সিবিলাকক কলোঁ, ইস্রায়েলর সন্তানবিলাকর মাজত সিবিলাকে কোনো অধিকার নেপাব।

[২৫] পাছে যিহোৱাই মোচিক কলে, [২৬] তুমি লেবীয়াবিলাকক কোৱা, সিবিলাকক এই আজ্ঞা দিয়া, ময় তোমালোকর আধিপত্যর অর্থে ইস্রায়েলর সন্তানবিলাকর পরা যি দশম ভাগ সিবিলাকক দিলোঁ, তাক যেতিয়া তোমালোকে ইস্রায়েলর সন্তানবিলাকর পরা গ্রহণ করিবা, তেতিয়া তোমালোকে যিহোৱার উদ্দেশে উত্তোলনীয় উপহারস্বরূপে সেই দশম ভাগরো দশম ভাগ উৎসর্গ করিবা। [২৭] তোমালোকর সেই উপহার মরণা মরা ঠাইর শস্য, আরু কুণ্ড পূর করা দ্রাক্ষারস যেন বুলি তোমালোকর পক্ষে গণিত হব। [২৮] তোমালোকে ইস্রায়েলর সন্তানবিলাকর পরা যি দশম ভাগ গ্রহণ করিবা, তার পরা তোমালোকেও এই রূপে যিহোৱার উদ্দেশে উত্তোলনীয় উপহার উৎসর্গ করিবা ; তার পরা যিহোৱার উদ্দেশে দিয়া সেই উত্তোলনীয় উপহার তোমালোকে হারোণ পুরোহিতক দিবা। [২৯] যিহোৱাই পাব লগা এই সকলো উত্তোলনীয় উপহার তোমালোকে লোৱা দানর পরাই উৎসর্গ করিবা, অর্থাৎ তার সকলো উত্তম ভাগর পরা পবিত্রীকৃত ভাগ উৎসর্গ করিবা। [৩০] এই হেতুকে তুমি সিবিলাকক কোৱা, তোমালোকে যেতিয়া তার পরা তার উত্তম ভাগ উত্তোলনীয় উপহারস্বরূপে উৎসর্গ করিবা, তেতিয়া সেয়ে লেবীয়াবিলাকর পক্ষে মরণা মরা ঠাইত মরা শস্য, আরু কুণ্ডর পরা উলিওৱা দ্রাক্ষারস যেন গণিত হব। [৩১] তোমালোকে আরু তোমালোকর পরিয়ালবিলাকে যেই সেই ঠাইত তাক ভোজন করিবা ; কিয়নো সেয়ে সাক্ষাৎ করা তাম্বুত করা তোমালোকর কার্য্যর নিমিত্তে তোমালোকর বেচস্বরূপ হব। [৩২] আরু তার পরা তার উত্তম ভাগ উত্তলোনীয় উপহারস্বরূপে উৎসর্গ করিলে, তার কারণে পাপর ভার নববা, আরু মরা নপড়িবর নিমিত্তে ইস্রায়েলর সন্তানবিলাকর পবিত্র বস্তু অপবিত্র নকরিবা।

অশুচিতানাশক জলর বিধি।

১৯ পাছে যিহোৱাই মোচি আরু হারোণক কলে, [২] যিহোৱাই আজ্ঞা করা ব্যৱস্থার বিধি এই, ইস্রায়েলর সন্তানবিলাকক, নিখুঁত, নির্গুণী, আরু যুঁৱলি নোলোৱা রাঙলী চেঁউরী গরু এজনী তোমার গুরিলৈ আনিবলৈ আজ্ঞা দিয়া। [৩] পাছে তোমালোকে তাইক ইলিয়াজর পুরোহিতক দিবা, আরু তেওঁ তাইক ছাউনির বাহিরলৈ নিব, আরু তেওঁর সাক্ষাতে কোনোৱে তাইক বধ করিব। [৪] পাছে ইলিয়াজর পুরোহিতে আপোনার আঙ্গুলিরে তার কিছু তেজ লৈ, সাক্ষাৎ করা তাম্বুর আগলৈ সাত্‌বার ছটিয়াব ; [৫] পাছে তেওঁর সাক্ষাতে সেই গরু জনী কোনোৱে দগ্ধ করিব ; তাইর গোবরে সৈতে তাইর ছাল, মঙহ, আরু তেজ দগ্ধ করিব ; [৬] পাছে পুরোহিতে এডোখর এরচ কাঠ, একোঁচা এচোব বন, আরু অলপ রঙা নোম লৈ, গরু জনী পোৱা জুইর মাজত পেলাই দিব। [৭] তার পাছে পুরোহিতে আপোনার কাপর ধুব, আরু গা ধুব, পাছে ছাউনিত সোমাব পারিব ; তথাপি পুরোহিত সন্ধ্যালৈকে অশুচি হৈ থাকিব। [৮] আরু যি জনে গরু জনী পুরিব, সিও পানীত আপোনার কাপর ধুব, গা ধুব, আরু সন্ধ্যালৈকে অশুচি হৈ থাকিব। [৯] পাছে কোনো শুচি লোকে সেই গরু জনীর ছাই গোটাই, ছাউনির বাহিরত কোনো শুচি ঠাইত রাখিব ; তাক ইস্রায়েলর সন্তানবিলাকর মণ্ডলীর কারণে অশুচিতানাশক জলর নিমিত্তে রখা যাব ; সেয়ে পাপার্থক বলি। [১০] আরু যি মানুহে গরু জনীর ছাই গোটাব, সিও আপোনার কাপর ধুব, আরু সন্ধ্যালৈকে অশুচি হৈ থাকিব। এয়ে ইস্রায়েলর সন্তানবিলাকর আরু সিবিলাকর মাজত প্রবাস করা বিদেশীয়ো পালন করিব লগা চিরস্থায়ী বিধি। [১১] যি কোনোৱে মরা মানুহর শব চুব, সি সাত দিন

অশুচি হৈ থাকিব। [১২] সি তৃতীয় দিনা আৰু সপ্তম দিনা তাৰ দ্বাৰায় আপোনাকে শুচি কৰিব, তাৰ পাছে শুচি হব; কিন্তু যদি তৃতীয় দিনা আৰু সপ্তম দিনা আপোনাকে শুচি নকৰে, তেন্তে শুচি নহব। [১৩] যি কোনোৱে মৰা মানুহৰ শৱ চুই, আপোনাকে শুচি নকৰিব, সি যিহোৱাৰ আবাস অশুচি কৰা হব; সেই মানুহক ইস্রায়েলৰ মাজৰ পৰা উচ্ছন্ন কৰা হব; কিয়নো তাৰ ওপৰত অশুচিতানাশক জল নছটীওৱাত সি অশুচি; তাৰ অশুচিতা তাত লাগি আছে। [১৪] যেতিয়া কোনো মানুহ তাম্বুৰ ভিতৰত মৰিব, তেতিয়া এই নিয়ম চলিব; সেই তাম্বুৰ ভিতৰত সোমোৱা সকলো মানুহ, আৰু তাম্বুৰ ভিতৰত থকা সকলো মানুহ সাত দিন অশুচি হৈ থাকিব। [১৫] আৰু বচিৰে বন্ধা ঢাকনি নথকা সকলো মুকলি পাত্ৰ অশুচি হব। [১৬] আৰু যি কোনো লোকে মুকলি ঠাইত, তৰোৱালত হত হোৱা বা এনেই মৰা লোকৰ শৱ, নাইবা মৰা মানুহৰ হাড়, বা মৈদাম চুব, সি সাত দিন অশুচি হৈ থাকিব। [১৭] আৰু সেই অশুচি মানুহৰ নিমিত্তে পাপাৰ্থক বলিৰ সেই পোৰা ছাইৰ কিছু পাত্ৰত ৰাখি, তাৰ ওপৰত ভুমুকৰ পানী দিয়া যাব। [১৮] পাছে কোনো শুচি মানুহে একোঁচা এচোব বন লৈ, সেই পানীত জুবুৰিয়াই, সেই তাম্বুৰ ওপৰত, আৰু তাত থকা সকলো বস্তুৰ আৰু আটাই প্ৰাণীৰ ওপৰত, আৰু হাড়, বা হত হোৱা বা এনেই মৰা লোকৰ শৱ, নাইবা মৈদাম স্পৰ্শ কৰা মানুহৰ ওপৰতো তাক ছটিয়াব। [১৯] সেই শুচি লোকে তৃতীয় দিনা আৰু সপ্তম দিনা সেই অশুচি লোকৰ ওপৰত সেই জল ছটিয়াব; পাছে সপ্তম দিনা সি তাক শুচি বুলি কব; তাতে সেই মানুহে আপোনাৰ কাপৰ ধুব, আৰু পানীত গা ধুব, পাছে সন্ধ্যা সময়ত শুচি হব। [২০] কিন্তু যি মানুহে অশুচি হৈয়ো আপোনাকে শুচি নকৰিব, সেই মানুহক সমাজৰ মাজৰ পৰা উচ্ছন্ন কৰা হব; কিয়নো সি যিহোৱাৰ পবিত্ৰস্থান অশুচি কৰিলে; তাৰ ওপৰত অশুচিতানাশক জল ছটিওৱা নহল; সি অশুচি। [২১] এয়ে সিবিলাকে পালন কৰিব লগীয়া চিৰস্থায়ী বিধি হব। আৰু যি জনে সেই অশুচিতানাশক জল ছটিয়াব, সি আপোনাৰ কাপৰ ধুব; আৰু যি জনে সেই অশুচিতানাশক জল চুব, সিও সন্ধ্যালৈকে অশুচি হৈ থাকিব। [২২] আৰু সেই অশুচি লোকে যি কিছু চুব, সেয়ে অশুচি হব; আৰু যি মানুহে তাক চুব, সিও সন্ধ্যালৈকে অশুচি হৈ থাকিব।

মিৰিয়মৰ মৃত্যু। শিলৰ পৰা পানী উলিওৱা। ইদোমৰ মাজেদি যাব নিদিয়া। হাৰোণৰ মৃত্যু।

**২০** পাছে ইস্রায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীয়ে প্ৰথম মাহত ছিন অৰণ্য পালেগৈ, লোকবিলাক কাদেচত থাকিল, আৰু সেই ঠাইতে মিৰিয়ম মৰিল; আৰু তাতে তেওঁক মৈদাম দিয়া হল। [২] সেই ঠাইত মণ্ডলীৰ নিমিত্তে পানী নথকাত, লোকবিলাকে মোচি আৰু হাৰোণৰ অহিতে গোট খালে। [৩] আৰু মোচিৰে সৈতে বিবাদ কৰি কলে, যিহোৱাৰ আগত আমাৰ ভাইবিলাক মৰা কালত আমিও মৰা হলে কেনে ভাল আছিল! [৪] আমি আৰু আমাৰ পশুবোৰ* মৰিবৰ নিমিত্তে যিহোৱাৰ সমাজক তোমালোকে কেলেই এই অৰণ্যলৈ আনিলা? [৫] এই কুচ্ছিত ঠাইলৈ আনিবৰ নিমিত্তে আমাক মিচৰৰ পৰা কেলেই উলিয়াই আনিলা? এয়ে শস্য, বা ডিমৰু, বা দ্ৰাক্ষা, বা ডালিমৰ ঠাই নহয়, আৰু খাবলৈকো পানী নাই। [৬] পাছে মোচি আৰু হাৰোণে সমাজৰ আগৰ পৰা সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখলৈ গৈ উবুৰি হৈ পৰিল; তাতে যিহোৱাৰ প্ৰতাপ তেওঁবিলাকৰ আগত প্ৰকাশিত হল। [৭] আৰু যিহোৱাই মোচিক কলে, [৮] তুমি লাখুটীডাল লোৱা, আৰু তুমি ও তোমাৰ ভায়া হাৰোণে মণ্ডলীক গোটাই, শিলটোৱে পানী উলিয়াই দিবৰ নিমিত্তে, তোমালোকে সিবিলাকৰ আগতে শিলটোক আজ্ঞা কৰা; এই ৰূপে তুমি সিবিলাকৰ নিমিত্তে শিলটোৰ পৰা পানী উলিয়াই মণ্ডলীক আৰু সিবিলাকৰ পশুবোৰকো খুৱাবা। [৯] তেতিয়া মোচিয়ে যিহোৱাৰ আজ্ঞা অনুসাৰে তেওঁৰ আগৰ পৰা লাখুটি ললে। [১০] আৰু মোচি ও হাৰোণে শিলটোৰ আগত সমাজক গোটালত, তেওঁ সিবিলাকক কলে, হে বিদ্ৰোহীহঁত, শুন, তহঁতৰ নিমিত্তে আমি এই শিলৰ পৰা পানী উলিয়াম নে? [১১] এই বুলি মোচিয়ে আপোনাৰ হাত দাঙি, সেই লাখুটিৰে শিলটোত দুবাৰ কোব মাৰিলে; তাতে

অধিক পানী ওলাল, আৰু মণ্ডলীয়ে ও সিবিলাকৰ পশুবোৰেও পানী খালে। [১২] পাছে যিহোৱাই মোচি আৰু হাৰোণক কলে, তোমালোকে ইস্ৰায়েলৰ সন্তানবিলাকৰ আগত মোক পবিত্ৰ কৰিবলৈ মোত দৃঢ়ৰূপে বিশ্বাস নকৰিলা; এই হেতুকে মই এই সমাজক দিয়া দেশত তোমালোকে সিবিলাকক সুম্মুৱাবা। [১৩] সেই জলৰ নাম মিৰীবা [ বিবাদ ] ৰাখিলে; কিয়নো ইস্ৰায়েলৰ সন্তানবিলাকে যিহোৱাৰে সৈতে বিবাদ কৰিলে; আৰু তেওঁ সিবিলাকৰ মাজত পবিত্ৰীকৃত হল।

[১৪] পাছে মোচিয়ে কাদেচৰ পৰা ইদোমৰ ৰজাৰ গুৰিলৈ দূত পঠাই কলে, তোমাৰ ভায়া ইস্ৰায়েলে এই কথা কৈছে, আমালৈ যি সকলো দুঃখ ঘটিল, তাক তুমি জানি আছা। [১৫] আমাৰ পূৰ্ব্বপুৰুষবিলাক মিচৰলৈ নামি গৈছিল; সেই মিচৰতে আমি অনেক দিন বাস কৰি আছিলোঁ; আৰু মিচৰীয়াবিলাকে আমালৈ আৰু আমাৰ পূৰ্ব্বপুৰুষবিলাকলৈ কুব্যবহাৰ কৰিলে। [১৬] তেতিয়া আমি যিহোৱাৰ আগত কাতৰোক্তি কৰিলত, তেওঁ আমাৰ বাক্যলৈ কাণ পাতিলে; তেওঁ দূত পঠাই মিচৰৰ পৰা আমাক উলিয়াই আনিলে; আৰু এতিয়া দেখা, আমি তোমাৰ দেশৰ সীমাত থকা কাদেচ নগৰত আছোঁ। [১৭] বিনয় কৰোঁ, তোমাৰ দেশৰ মাজেদি আমাক যাবলৈ দিয়া; আমি শস্য-ক্ষেত্ৰ বা দ্ৰাক্ষা-ক্ষেত্ৰেদি নেযাওঁ, আৰু নাদৰ পানীও পান নকৰোঁ, কেৱল ৰাজ-বাটেদি যাম; যেতিয়ালৈকে তোমাৰ দেশৰ সীমা পাৰ নহওঁ, তেতিয়ালৈকে সোঁহাতে কি বাঁও-হাতে নুঘুৰিম। [১৮] তাতে ইদোমে তেওঁক কলে, তুমি মোৰ দেশৰ মাজেদি যাব নোৱাৰা; গলে মই তৰোৱাল লৈ তোমাৰ বিৰুদ্ধে ওলাম। [১৯] তেতিয়া ইস্ৰায়েলৰ সন্তানবিলাকে তেওঁক কলে, আমি কেৱল ৰাজবাটেদি যাম; যদি মই আৰু মোৰ পশুবোৰে তোমাৰ পানী খাওঁ, তেন্তে মই তাৰ মূল্য দিম; মোক আন একোকে নেলাগে, কেৱল মোক খোজ কাঢ়ি যাব দিয়া। [২০] তাতে তেওঁ উত্তৰ কৰিলে, তুমি যাবলৈ নেপাবা; পাছে ইদোমে অনেক লোক লগত লৈ বাহুবল দেখুৱাই তেওঁৰ বিৰুদ্ধে ওলাল। [২১] এই ৰূপে ইদোমে ইস্ৰায়েলক আপোন অঞ্চলৰ মাজেদি যাবলৈ অনুমতি দিবলৈ অমান্তি হল; তাতে ইস্ৰায়েল তেওঁৰ পৰা আন বাটেদি গল।

[২২] তাৰ পাছে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীয়ে কাদেচৰ পৰা যাত্ৰা কৰি হোৰ পৰ্ব্বত পালেগৈ। [২৩] তেতিয়া ইদোম দেশৰ সীমাৰ ওচৰত থকা হোৰ পৰ্ব্বতত যিহোৱাই মোচি আৰু হাৰোণক কলে, [২৪] হাৰোণক আপোন লোকবিলাকৰ লগলৈ নিয়া হব; কিয়নো মই ইস্ৰায়েলৰ সন্তানবিলাকক দিয়া দেশত তেওঁ নোসোমাব; কাৰণ মিৰীবা জলৰ ওচৰত তোমালোকে মোৰ বাক্যৰ বিৰুদ্ধে আচৰণ কৰিলা। [২৫] তুমি হাৰোণক আৰু তেওঁৰ পুত্ৰ ইলিয়াজৰক হোৰ পৰ্ব্বতলৈ লৈ যোৱা; [২৬] আৰু হাৰোণৰ বস্ত্ৰ সোলোকাই তেওঁৰ পুত্ৰ ইলিয়াজৰক পিন্ধোৱা; হাৰোণক আপোন লোকবিলাকৰ লগলৈ নিয়া হব; তেওঁ সেই ঠাইতে মৰিব। [২৭] তেতিয়া মোচিয়ে যিহোৱাৰ আজ্ঞা অনুসাৰে কৰিলে; তেওঁবিলাক গোটেই মণ্ডলীৰ আগতে হোৰ পৰ্ব্বতলৈ উঠি গল। [২৮] আৰু মোচিয়ে হাৰোণৰ বস্ত্ৰ সোলোকাই তেওঁৰ পুত্ৰ ইলিয়াজৰক পিন্ধালে, আৰু হাৰোণ সেই ঠাইত পৰ্ব্বতৰ টিঙত মৰিল; পাছে মোচি আৰু ইলিয়াজৰ পৰ্ব্বতৰ পৰা নামি আহিল। [২৯] যেতিয়া গোটেই মণ্ডলীয়ে হাৰোণক মৰা দেখিলে, তেতিয়া ইস্ৰায়েলৰ গোটেই বংশই হাৰোণৰ নিমিত্তে ত্ৰিশ দিনলৈকে ক্ৰন্দন কৰিলে।

লোকবিলাকক সাপে দংশা। চীহোন আৰু ওগক পৰাজয় কৰা।

২১ পাছে দক্ষিণ অঞ্চলত থকা অৰাদৰ কনানীয়া ৰজাই অথাৰীমৰ বাটেদি ইস্ৰায়েল আহিছে বুলি শুনি, সিবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰি কিছুমান লোকক বন্দী কৰি নি ৰাখিলে। [২] তাতে ইস্ৰায়েলে যিহোৱাৰ আগত অঙ্গীকাৰ কৰি কলে, যদি তুমি এই লোকবিলাকক মোৰ হাতত সমৰ্পণ কৰা, তেন্তে মই সিহঁতৰ নগৰবোৰ নিঃশেষে বিনষ্ট কৰিম। [৩] তেতিয়া যিহোৱাই ইস্ৰায়েলৰ বাক্যলৈ কাণ দি, সেই কনানীয়াহঁতক সমৰ্পণ কৰিলে; তাতে সিবিলাকে সিহঁতক আৰু সিহঁতৰ নগৰবোৰ নিঃশেষে বিনষ্ট কৰিলে; আৰু সেই ঠাইৰ নাম হৰ্মা ৰখা হল।

[4] পাছে সিবিলাকে ইদোম দেশ ঘুরিবর অর্থে, চুক সাগরর বাটেদি হোর পর্ব্বতর পরা যাত্রা করিলে; আরু বাটর কারণে লোকবিলাকর মন অতিশয় অধৈর্য্য হল। [5] আরু লোকবিলাকে ঈশ্বর ও মোচির বিরুদ্ধে কবলৈ ধরিলে, বোলে, অরণ্যত মরিবলৈ তোমালোকে মিচরর পরা আমাক কেলেই উলিয়াই আনিলা? কিয়নো আহারো নাই, পানীও নাই; আরু আমার মনে এই সামান্য আহার ঘিণ করিছে। [6] তেতিয়া যিহোৱাই লোকবিলাকর মাজলৈ পোরণি ধরোৱা সাপ পঠালে; তাতে সেইবোরে দংশিলত. ইস্রায়েলর মাজত অনেক লোক মরিল। [7] পাছে লোকবিলাকে মোচির গুরিলৈ আহি কলে, আমি পাপ করিলোঁ, কারণ আমি যিহোৱা আরু তোমার বিরুদ্ধে কথা কলোঁ; আমার ওচরর পরা যিহোৱাই সাপবোর দূর করিবর নিমিত্তে, তুমি তেওঁর আগত প্রার্থনা করা। তাতে মোচিয়ে লোকবিলাকর নিমিত্তে প্রার্থনা করিলে। [8] পাছে যিহোৱাই মোচিক কলে, তুমি এটা পোরণি ধরোৱা সাপ বনাই এডাল খুঁটির ওপরত নিচান-স্বরূপে তুলি রাখিবা; তাতে সাপে দংশা যি কোনো মানুহে তালৈ চাব, সি জীব। [9] তেতিয়া মোচিয়ে পিত্তলর এটা সাপ বনাই নিচানস্বরূপে এডাল খুঁটিত তুলি রাখিলে; পাছে যেতিয়া সাপে কোনো মানুহক দংশিলে, তেতিয়া সি সেই পিত্তলর সাপলৈ দৃষ্টি করিলত, সি জীলে। [10] পাছে, ইস্রায়েলর সন্তানবিলাকে যাত্রা করি ওবোতত ছাউনি পাতিলে। [11] আরু ওবোতর পরা যাত্রা করি সূর্য্য ওলোৱা দিশে মোৱাবর সম্মুখে থকা অরণ্যর ইয়ে-অবারীমত ছাউনি পাতিলে। [12] পাছে তার পরা যাত্রা করি জেরদ উপত্যকাত ছাউনি পাতিলে। [13] আরু তার পরা যাত্রা করি ইমোরীয়াইঁতর সীমার পরা ওলোৱা অরণ্যত থকা অর্ণোনর আন পারে ছাউনি পাতিলে; কিয়নো মোৱাবর আরু ইমোরীয়াইঁতর মাজত থকা অর্ণোন মোৱাবর সীমা আছিল। [14] এই হেতুকে যিহোৱার যুদ্ধপুস্তকত কোৱা গৈছে, বোলে,

চুফাত বাহেবক,
অর্ণোনর উপত্যকাবোরক,
[15] আরু আর নামেরে লোকালয়লৈ মুখ করা
ও মোৱাবর সীমাত লগা
চাবলীয়া উপত্যকাবোর তেওঁ জয় করিলে।

[16] তার পরা সিবিলাকে বেরলৈ, অর্থাৎ যি নাদর বিষয়ে যিহোৱাই মোচিক কৈছিল, তুমি লোক-বিলাকক গোটোৱা, ময় সিবিলাকক পানী দিম, সেই নাদলৈ যাত্রা করিলে। [17] সেই কালত ইস্রায়েলে এই গীত গান করিলে,

হে নাদ, উথাল খোৱা; তোমালোকে ইয়ার
উদ্দেশে গান করা:
[18] এয়ে অধ্যক্ষসকলে খনা নাদ;
লোকবিলাকর প্রধানসিলাকে রাজদণ্ডেরে
আরু আপোন আপোন লাখুটিরে ইয়াক
খনন করিলে।

পাছে সিবিলাকে অরণ্যর পরা মত্তানালৈ, [19] মত্তানার পরা নহলীয়েললৈ, নহলীয়েলর পরা বামোতলৈ, [20] আরু বামোতর পরা উপত্যকাইদি যিচীমোনর ফাললৈ মুখ করি থকা পিচ্‌গা পর্ব্বতর টিঙলৈ. গল।

[21] পাছে ইস্রায়েলে ইমোরীয়াইঁতর রজা চীহোনর গুরিলৈ দূতর দ্বারায় এই কথা কৈ পঠালে, বোলে, [22] তুমি আপোন দেশর মাজেদি মোক যাবলৈ দিয়া; আমি বাট এরি শস্য-ক্ষেত্রত বা দ্রাক্ষা-ক্ষেত্রত নোসোমাওঁ, আরু নাদর পানীও নেখাওঁ; তোমার সীমা পার নহওঁমানে রাজবাটে গৈ থাকিম। [23] তথাপি চীহোনে আপোন অঞ্চলর মাজেদি ইস্রায়েলক যাবলৈ নি-দিলে; কিন্তু চীহোনে আপোনার সকলো প্রজাক গোটাই ইস্রায়েলর বিরুদ্ধে অরণ্যলৈ ওলাল, আরু যহচলৈ গৈ ইস্রায়েলে সৈতে যুদ্ধ করিলে। [24] তাতে ইস্রায়েলে তরোৱালর ধারত তেওঁক আঘাত করি, অর্ণোনর পরা যব্বোকলৈকে অম্মো-নর সন্তানবিলাকর সীমালৈকে তেওঁর দেশ অধি-কার করিলে; কারণ অম্মোনর সন্তানবিলাকর সীমা গড়েরে দৃঢ় আছিল। [25] এই রূপে ইস্রা-য়েলে সেই সকলো নগর হাত করি ললে; আরু ইস্রায়েলে ইমোরীয়াইঁতর আটাই নগরত, হিচ্-বোনত আরু তার সকলো উপনগরবোরত বাস করিবলৈ ধরিলে; [26] কিয়নো হিচ্‌বোন ইমোরীয়া-ইঁতর রজা চীহোনর নগর আছিল; সেই চীহোনে মোৱাবর আগর রজার অহিতে যুদ্ধ করি তেওঁর হাতর পরা অর্ণোনলৈকে তেওঁর আটাই দেশ লৈছিল। [27] এই নিমিত্তে কবিসকলে কয়,

তোমালোক হিচ্‌বোনলৈ আহঁা,
চীহোনর নগর সজা আৰু দৃঢ় করা হওক;
[২৮] কিয়নো হিচ্‌বোনর পরা অগ্নি,
চীহোনর নগরর পরা অগ্নি-শিখা ওলাই
মোৱাবর আর নগর গ্রাস করিলে,
আৰু অর্ণোনর ওখ ঠাইবোরর প্রভুসকলক
গ্রাস করিলে।
[২৯] হে মোৱাব, তোমার সন্তাপ হল,
আৰু হে কমোচর প্রজা, তুমি বিনষ্ট হলা;
সি আপোনার পুতেকবিলাকক পলাবলৈ,
আৰু আপোনার জীয়েকহঁতক বন্দী-অবস্থাত
পড়িবলৈ এরি দিলে,
ইমোরীয়াহঁতর রজা চীহোনর হাতত সমর্পণ
করিলে।
[৩০] আৰু আমি সিহঁতলৈ বাণ মারিলোঁ;
দীবোনলৈকে হিচ্‌বোন বিনষ্ট হল:
মেদবালৈ বিস্তৃত নোফহলৈকে আমি সক-
লোকে ধ্বংস করিলোঁ।

[৩১] এই রূপে ইস্রায়েলে ইমোরীয়াহঁতর দেশত বাস করিবলৈ ধরিলে। [৩২] মোচিয়ে যাজেরক গুপুতে চাবলৈ মানুহ পঠালে; তার পাছত লোকবিলাকে তার সকলো উপনগর হাত করি লৈ, তাত থকা ইমোরীয়াহঁতক দূর করিলে। [৩৩] পাছে সিবিলাক ঘূরি বাচানর বাটেদি উঠি গল; তাতে সিবিলাকর বিরুদ্ধে ইদ্রেয়ীত যুদ্ধ করিবলৈ বাচানর রজা ওগ আৰু তেওঁর সকলো প্রজাবিলাক ওলাল। [৩৪] তেতিয়া যিহোৱাই মোচিক কলে, তুমি তেওঁলৈ ভয় নকরিবা; কিয়নোময় তেওঁক, তেওঁর আটাই প্রজাক, আৰু তেওঁর দেশকো তোমার হাতত সোধাই দিলোঁ; তুমি হিচ্‌বোনত থকা ইমোরীয়া রজা চীহোনলৈ যেনে করিলা, তেওঁলৈকো তেনে করিবা। [৩৫] তাতে সিবিলাকে তেওঁর কোনো শেষ নথকাকৈ, তেওঁক, তেওঁর পুতেকবিলাকক, আৰু তেওঁর আটাই প্রজাক মারি, তেওঁর দেশ অধিকার করি ললে।

**২২** পাছে ইস্রায়েলর সন্তানবিলাকে যাত্রা করি, যিরীহোর সম্মুখত থকা যর্দ্দনর পূব পারত মোৱাবর সমথলত ছাউনি পাতিলে।

বালাক আৰু বিলিয়মর বিবরণ।

[২] তেতিয়া ইস্রায়েলে ইমোরীয়াহঁতলৈ করা আটাইকে চিপ্পোরর পুত্র বালাকে দেখি আছিল। [৩] আৰু মোৱাবে লোকবিলাকর কারণে অতিশয় ভয় পালে, কিয়নো সিবিলাক অধিক আছিল; আৰু মোৱাব ইস্রায়েলর সন্তানবিলাকর কারণে অতিশয় ব্যাকুল হল। [৪] পাছে মোৱাবে মিদিয়নর বৃদ্ধ লোকসকলক কলে, গৰুৱে পথারর কোমল ঘাঁহ চেলেকাদি, এই লোকসমূহে আমার চারিও-ফালে থকা সকলোকে চেলেকিব। সেই কালত চিপ্পোরর পুত্র বালাক মোৱাবর রজা আছিল। [৫] তেওঁ বিয়োরর পুত্র বিলিয়মক মাতি-বলৈ, তেওঁর স্বজাতীয় লোকবিলাকর দেশলৈ ফরাৎ নদীর পারত থকা পথোর নগরলৈ দূত পঠাই তেওঁক কলে, দেখা, মিচরর পরা এক জাতি ওলাই আহিছে; দেখা, সিহঁতে পৃথিবী ঢাকি আমার সম্মুখত আছে। [৬] ময় নিবেদন করোঁ, আপুনি আহি মোর নিমিত্তে সেই জাতিক শাও দিওক; কিয়নো সিহঁত মোত্‌কৈ বলবন্ত; কিজানি সিহঁতক জয় করি দেশর পরা খেদিবলৈ মোর সাধ্য হব; কিয়নো ময় জানো, আপুনি যাক আশীর্ব্বাদ করে, সি আশীর্ব্বাদ পায়, আৰু যাক শাও দিয়ে, সি শাও পায়। [৭] পাছে মোৱাবর বৃদ্ধবিলাকে আৰু মিদিয়নর বৃদ্ধবিলাকে মঙ্গল চোৱার বেচ হাতত লৈ প্রস্থান করিলে; আৰু সিবিলাকে বিলিয়মর ওচর পাই বালাকর কথা তেওঁক কলে। [৮] তাতে তেওঁ সিবিলাকক উত্তর দিলে, তোমালোক এই ঠাইতে রাতি থাকা; পাছে যিহোৱাই মোক যিহকে কব, সেই দরেই ময় তোমালোকক উত্তর দিম; তাতে মোৱাবর অধ্যক্ষসকল বিলিয়মর লগত রাতি থাকিল। [৯] পাছে ঈশ্বরে বিলিয়মর ওচরলৈ আহি তেওঁক কলে, তোমার লগত থকা এই লোকবিলাক কোন? [১০] তাতে বিলিয়মে ঈশ্বরক কলে, মোৱাবর রজা চিপ্পোরর পুত্র বালাকে মোর ওচরলৈ ইয়াকে কৈ পঠাইছে, [১১] দেখা, মিচরর পরা ওলাই অহা জাতিয়ে পৃথিবী ঢাকিছে। এতিয়া তুমি আহি মোর নিমিত্তে সিহঁতক শাও দিয়া; কিজানি ময় যুদ্ধ করি সিহঁতক খেদিব পারিম। [১২] তাতে ঈশ্বরে বিলিয়মক কলে, তুমি সিবিলাকর লগত নেযাবা; তুমি সেই জাতিক শাও নিদিবা; কিয়নো সিবিলাক আশীর্ব্বাদ পোৱা লোক। [১৩] পাছে বিলিয়মে

রাতিপুৱাতে উঠি বালাকর অধ্যক্ষসকলক কলে, তোমালোক আপোন দেশলৈ গুচি যোৱা; কিয়নো যিহোৱাই তোমালোকর লগত মোক যাবলৈ অনুমতি নিদিলে। [১৪] তাতে মোৱাবর অধ্যক্ষসকলে উঠি বালাকর গুরিলৈ আহি কলে, আমার লগত আহিবলৈ বিলিয়ম অসন্মত হল। [১৫] পাছে বালাকে সিবিলাকতকৈ অধিক আরু অতিশয় সম্ভ্রান্ত আন অধ্যক্ষসকলক পঠালে। [১৬] তাতে সিবিলাকে বিলিয়মর ওচরলৈ গৈ তেওঁক কলে, চিপ্পোরর পুত্র বালাকে এই কথা কৈছে,ময় নিবেদন করোঁ, মোর ওচরলৈ আহিবলৈ আপোনাক একোৱে বাধা নিদিওক। [১৭] কিয়নো ময় আপোনাক অতিশয়রূপে সন্মানিত করিম, আরু যি যি আজ্ঞা দিব, তাকে করিম; এই হেতুকে বিনয় করোঁ, আপুনি আহি মোর নিমিত্তে সেই জাতিক শাও দিওক। [১৮] তাতে বিলিয়মে বালাকর দাসবিলাকক উত্তর করিলে, যদিও বালাকে রূপ আরু সোণেরে পূর হোৱা আপোনার ঘর মোক দিয়ে, তথাপি ময় ক্ষুদ্র কি মহৎ কার্য্য করিবলৈ আপোন ঈশ্বর যিহোৱার আজ্ঞা উল্লঙ্ঘন করিব নোৱারোঁ। [১৯] এতিয়া নিবেদন করোঁ, তোমালোকো এই ঠাইতে রাতি থাকা, যিহোৱাই মোক আরু যি কব, তাক ময় জানিম। [২০] পাছে ঈশ্বরে রাতি বিলিয়মর ওচরলৈ আহি তেওঁক কলে, সেই মানুহবিলাকে যদি তোমাক মাতিবলৈ আহিছে, তেন্তে তুমি উঠি সিবিলাকর লগত যোৱা; কিন্তু ময় তোমাক যিহকে কম, তাকেহে তুমি করিবা। [২১] তাতে বিলিয়মে রাতিপুৱাতে উঠি আপোনার গাধী সজাই, মোৱাবর অধ্যক্ষসকলর লগত প্রস্থান করিলে। [২২] পাছে তেওঁ যোৱাতে ঈশ্বরর ক্রোধ জ্বলি উঠিল, আরু যিহোৱার দূত তেওঁর বিরুদ্ধকারী হৈ বাটর মাজত থিয় হল। তেতিয়া তেওঁ আপোনার গাধীত উঠি আপোনার দুজন দাসে সৈতে গৈছিল। [২৩] পাছে সেই গাধী জনীয়ে খোলা তরোৱাল ধরা যিহোৱার দূতক বাটর মাজত থিয় হৈ থকা দেখিলে; এই হেতুকে গাধীয়ে বাট এরি পথারর ফাললৈ গৈছিল; তাতে বিলিয়মে গাধীক বাটলৈ আনিবর নিমিত্তে কোবালে। [২৪] পাছে যিহোৱার দূত দুই ফালে গড় থকা দ্রাক্ষাবারীর ঠেক বাটত থিয় হল। [২৫] তেতিয়া গাধী জনীয়ে যিহোৱার দূতক দেখি গড়ত গা ঘঁহাই যাওঁতে, বিলিয়মর ভরি গড়ত ঘঁহা খালে; তাতে তেওঁ আকৌ তাইক কোবালে। [২৬] পাছে যিহোৱার দূত আরু অলপমান আগলৈ গৈ, সোঁফালে কি বাঁওফালে ঘূরিবলৈ ঠাই নোহোৱা এনে এক চেপ ঠাইত থিয় হল। [২৭] তেতিয়া গাধীয়ে যিহোৱার দূতক দেখি বিলিয়মে সৈতে আঁঠু কাঢ়ি পড়িল; তাতে বিলিয়মর খং উঠিলত, তেওঁ গাধী জনীক লাখুটিরে কোবাবলৈ ধরিলে। [২৮] তেতিয়া যিহোৱাই গাধীক কথা কবলৈ শক্তি দিলে; তাতে গাধীয়ে বিলিয়মক কলে, ময় তোমাক কি করিলোঁ, যে, তুমি এই তিনিবার মোক কোবালা? [২৯] বিলিয়মে গাধী জনীক কলে, তয় মোক অমান্য করিছ; মোর হাতত তরোৱাল থকা হলে বড় ভাল আছিল; সেয়ে হোৱা হলে, ময় এতিয়াই তোক বধ করিলোঁহেঁতেন। [৩০] পাছে গাধীয়ে বিলিয়মক কলে, যার ওপরত তুমি আজিলৈকে তোমার সমস্ত জীৱন উঠি আহিছা, ময় জানো তোমার সেই গাধী নহওঁ? ময় জানো কেতিয়াবা তোমালৈ এনে ব্যৱহার করিছিলোঁ? তাতে তেওঁ কলে, নাই করা। [৩১] তেতিয়া যিহোৱাই বিলিয়মর চকু মুকলি করিলত, খোলা তরোৱাল হাতত লোৱা যিহোৱার দূতক বাটর মাজত থিয় হৈ থকা তেওঁ দেখিলে; তাতে তেওঁ মূর দোঁৱাই উবুরি হৈ পড়িল। [৩২] তেতিয়া যিহোৱার দূতে তেওঁক কলে, তুমি সেই তিনিবার আপোনার গাধীক কিয় মারিলা? দেখা, ময় তোমার বিরুদ্ধকারী হৈ ওলাইছোঁ; কিয়নো মোর সাক্ষাতে তুমি অপথে গৈছা। [৩৩] আরু গাধীয়ে মোক দেখি এই তিনিবার মোর সম্মুখর পরা ঘূরিল; তাই মোর সম্মুখর পরা নুঘূরা হলে ময় নিশ্চয়ে তোমাক বধ করিলোঁহেঁতেন, কিন্তু তাইক জীয়াই রাখিলোঁহেঁতেন। [৩৪] তাতে বিলিয়মে যিহোৱার দূতক কলে, ময় পাপ করিলোঁ; কিয়নো তুমি যে মোর বিরুদ্ধে বাটত থিয় হৈ আছা, তাক ময় নেজানিলোঁ; কিন্তু এতিয়া যদি ইয়াত তোমার বেজার হৈছে, তেন্তে ময় উলটি যাওঁ। [৩৫] তেতিয়া যিহোৱার দূতে বিলিয়মক কলে, সেই লোকবিলাকে সৈতে যোৱা, কিন্তু ময় যি কথা তোমাক কম, কেৱল

তাকেহে কবা ; তাতে বিলিয়ম বালাকর অধ্যক্ষসকলে সৈতে গল । ৩৬ পাছে বিলিয়ম অহার বার্ত্তা শুনি বালাকে তেওঁক আগ বঢ়াই নিবলৈ দেশর সীমার দাঁতিত অর্ণোনর সীমাত থকা মোৱাবর নগরলৈ গল । ৩৭ পাছে বালাকে বিলিয়মক কলে, ময় আপোনাক মাতিবলৈ জানো অতি যতনেরে মানুহ পঠোৱা নাই ? আপুনি মোর ওচরলৈ কিয় নহাকৈ আছিল ? আপোনাক সন্মানিত করিবলৈ ময় জানো নিচেই অসমর্থ ? ৩৮ তাতে বিলিয়মে বালাকক কলে, এইয়া দেখা, ময় তোমার ওচরলৈ আহিছোঁ, তথাপি এতিয়াও কোনো কথা কবলৈ জানো মোর ক্ষমতা আছে ? ঈশ্বরে মোর মুখত যি বাক্য দিব, তাকেহে ময় কম । ৩৯ পাছে বিলিয়মে বালাকর লগত আহি কিরিয়ৎ-হুচোৎ পালেহি । ৪০ আরু বালাকে গরু আরু মের বলিদান করি, বিলিয়ম আরু তেওঁর লগর অধ্যক্ষসকললৈ মাংস পঠালে । ৪১ পাছে রাতি-পুৱাতে বালাকে বিলিয়মক বালর ওখ ঠাইবোরলৈ লৈ গল ; তার পরা তেওঁ লোকবিলাকর এফাল

২৩ দেখা পালে । তাতে বিলিয়মে বালাকক কলে, তুমি এই ঠাইত মোর নিমিত্তে সাতোটা যজ্ঞবেদি নির্ম্মাণ করোৱা, আরু এই ঠাইতে মোর নিমিত্তে সাতোটা ভতরা আরু সাতোটা মটা মের আয়োজন করা । ২ তাতে বালাকে বিলিয়মর কথার দরেই করিলে ; তেতিয়া বালাক আরু বিলিয়মে এটা এটা যজ্ঞবেদিত এটা এটা ভতরা আরু এটা এটা মটা মের উৎসর্গ করিলে । ৩ পাছে বিলিয়মে বালাকক কলে, তুমি আপোনার হোম-বলির ওচরত থিয় হোৱা ; ময় যাওঁ, কিজানি যিহোৱাই মোরে সৈতে সাক্ষাৎ করিব ; সেয়ে হলে, তেওঁ মোক যিহকে জনাব, তাকে ময় তোমাক কম । পাছে তেওঁ গছ নথকা ওখ ঠাইলৈ গল । ৪ তেতিয়া ঈশ্বরে বিলিয়মে সৈতে সাক্ষাৎ করিলত, বিলিয়মে তেওঁক কলে, ময় সাতোটা যজ্ঞবেদি যুগুত করিলোঁ, আরু প্রত্যেক যজ্ঞবেদিত এটা এটা ভতরা আরু এটা এটা মটা মের উৎসর্গ করিলোঁ । ৫ তেতিয়া যিহোৱাই বিলিয়মর মুখত এক বাক্য দি তেওঁক কলে, তুমি বালাকর ওচরলৈ উলটি গৈ তেওঁক এই কথা কোৱা । ৬ তেতিয়া বিলিয়ম তেওঁর গুরিলৈ উলটি গল ; দেখা, সেই সময়ত মোৱাবর অধ্যক্ষসকলে সৈতে বালাক আপোনার হোম-বলির ওচরত থিয় হৈ আছিল । ৭ পাছে বিলিয়মে আপোনার পদ্য গাই কলে,

বালাকে অরামর পরা মোক অনালে ;
মোৱাবর রজাই পুবফালর পর্ব্বতর পরা মোক অনালে ।
আহাঁ, মোর নিমিত্তে যাকোবক শাও দিয়া,
আহাঁ, ইস্রায়েলক ধিক্কার দিয়া ;
৮ কিন্তু ঈশ্বরে শাও নিদিয়া লোকক ময় কেনেকৈ শাও দিম ?
আরু যিহোৱাই ধিক্কার নিদিয়া লোকক ময় কেনেকৈ ধিক্কার দিম ?
৯ কিয়নো ময় শিলবোরর টিঙর পরা সেই জনক দেখা পাইছোঁ,
আরু পর্ব্বতর পরা সেই জনক দেখিছোঁ ।
দেখা, সিবিলাক অকলে বাস করা লোক ;
জাতিবিলাকর মাজত সিবিলাক গণিত নহয় ।
১০ যাকোবর ধূলি কোনে লেখ করিব পারে ?
বা ইস্রায়েলর চারি ভাগর এভাগকে কোনে গণিব পারে ?
ধার্ম্মিকর মৃত্যুর নিচিনা মোর মৃত্যু হওক,
আরু তেওঁর শেষগতির নিচিনা মোর শেষগতি হওক ।

১১ তেতিয়া বালাকে বিলিয়মক কলে, আপুনি মোলৈ এইয়া কি করিলে ? মোর শত্রুবোরক শাও দিবলৈ ময় আপোনাক অনালোঁ ; আপুনি সিহঁতক সকলো ভাবে আশীর্ব্বাদহে করিলে । ১২ তাতে তেওঁ উত্তর দি কলে, যিহোৱাই মোর মুখত যি কথা দিব, সাৱধান হৈ ময় তাকে নকম নে ? ১৩ পাছে বালাকে তেওঁক কলে, ময় নিবেদন করোঁ, আপুনি যি ঠাইর পরা সিহঁতক দেখিবলৈ পাব, এনেকুৱা আন ঠাইলৈ মোর লগত আহোক ; আপুনি সিহঁতর সকলোকে দেখিবলৈ পোৱা নাই, অকল এফালহে দেখিবলৈ পাইছে ; সেই ঠাইর পরা মোর নিমিত্তে সিহঁতক শাও দিব । ১৪ তেতিয়া বালাকে তেওঁক চোফীম পথারর মাজলৈ পিচ্গার টিঙলৈ লৈ গল ; সেই ঠাইতে তেওঁ সাতোটা যজ্ঞবেদি নির্ম্মাণ করিলে, আরু প্রত্যেক যজ্ঞবেদিত এটা

এটা ভতরা আৰু এটা এটা মটা মেৰ উৎসৰ্গ কৰিলে। [15]পাছে তেওঁ বালাকক কলে, তুমি এই ঠাইতে আপোনাৰ হোম-বলিৰ ওচৰত থিয় হৈ থাকা; ময় হলে, সৌ তাত ঈশ্বৰৰ সাক্ষাৎ কৰোঁগৈ। [16]পাছে যিহোৱাই বিলিয়মে সৈতে সাক্ষাৎ কৰি, তেওঁৰ মুখত এক বাক্য দি তেওঁক কলে, তুমি বালাকৰ ওচৰলৈ উলটি গৈ তেওঁক এই কথা কোৱা। [17]তাতে বিলিয়ম তেওঁৰ ওচৰলৈ আহিল; সেই সময়ত মোৱাবৰ অধ্যক্ষ-সকলে সৈতে বালাক আপোনাৰ হোম-বলিৰ ওৰিত থিয় হৈ আছিল। তেতিয়া বালাকে তেওঁক সুধিলে, যিহোৱাই কি কলে? [18]বিলিয়মে আপোনাৰ পদ্য গাই কলে,

হে বালাক, উঠি শুনা,
হে চিপ্পোৰৰ পুত্ৰ, মোৰ কথালৈ কাণ পাতা;
[19]ঈশ্বৰ মনুষ্য নহয়, যে মিছা কথা কব,
তেওঁ মানুহৰ সন্তানো নহয়, যে তেওঁ মন পালটাব।
তেওঁ কৈ জানো সিদ্ধ নকৰিব?
তেওঁ বাক্য কৈ জানো সাম্ফল নকৰিব?
[20]দেখা, ময় আশীৰ্ব্বাদ কৰিবলৈ আজ্ঞা পালোঁ;
তেওঁ আশীৰ্ব্বাদ কৰিলে; ময় তাৰ অন্যথা কৰিব নোৱাৰোঁ।
[21]তেওঁ যাকোবত অধৰ্ম্ম দেখা নাই,
বা ইস্ৰায়েলৰ মাজত দুষ্টতা দেখা নাই;
আপোন ঈশ্বৰ যিহোৱা তেওঁৰ লগত থাকে,
আৰু সিবিলাকৰ মাজত ৰজাৰ জয়ধ্বনি আছে।
[22]ঈশ্বৰে মিচৰ দেশৰ পৰা সিবিলাকক আনিছে;
তেওঁৰ বল মেথনৰ বলৰ নিচিনা।
[23]নিশ্চয়ে যাকোবৰ মাজত লক্ষণ চোৱা দস্তুৰ নাই;
ইস্ৰায়েলৰ মাজত মঙ্গল চোৱা কাৰ্য্য নাই।
এতিয়া যাকোব আৰু ইস্ৰায়েলৰ বিষয়ে কোৱা যাব,
ঈশ্বৰে কেনে কাৰ্য্য কৰিলে!
[24]দেখা, সেই লোকসমূহ সিংহীৰ দৰে উঠিছে,
সিংহৰ দৰে আপোনাৰ গা দাঙিছে;
তেওঁ ধৰা পশু নেখায়মানে নুশুব,
আৰু বধ কৰা লোকৰ তেজ পান নকৰেমানে শয়ন নকৰিব।

[25]পাছে বালাকে বিলিয়মক কলে, আপুনি সিহঁতক সমুলি শাবো নিদিব, আৰু সমুলি আশীৰ্ব্বাদো নকৰিব। [26]তেতিয়া বিলিয়মে উত্তৰ কৰি বালাকক কলে, যিহোৱাই মোক যি যি কব, ময় তাকেই কৰিম, এই বুলি জানো ময় তোমাক কোৱা নাই? [27]তথাপি বালাকে বিলিয়মক কলে, বিনয় কৰি কওঁ, আহোক, ময় আপোনাক আন ঠাইলৈ লৈ যাওঁ; সেই ঠাইতে মোৰ নিমিত্তে আপুনি সিহঁতক শাও দিবলৈ কিজানি ঈশ্বৰ সন্তুষ্ট হব পাৰে। [28]পাছে বালাকে যিচীমোনৰ ফাললৈ মুখ কৰা পিয়োৰৰ টিঙলৈ বিলিয়মক লৈ গল। [29]তাতে বিলিয়মে বালাকক কলে, এই ঠাইত মোৰ নিমিত্তে সাতোটা যজ্ঞবেদি নিৰ্ম্মাণ কৰোৱা, আৰু ইয়াতো মোৰ কাৰণে সাতোটা ভতৰা আৰু সাতোটা মটা মেৰ আয়োজন কৰা। [30]তেতিয়া বালাকে বিলিয়মৰ বাক্য অনুসাৰে কাৰ্য্য কৰি, প্ৰত্যেক যজ্ঞবেদিতে এটা এটা ভতৰা আৰু এটা এটা মটা মেৰ উৎসৰ্গ কৰিলে।

**২৪** পাছে ইস্ৰায়েলক আশীৰ্ব্বাদ কৰিবলৈ যিহোৱা তুষ্ট আছে, ইয়াকে দেখি বিলিয়মে আগৰ দৰে লক্ষণ চাবৰ নিমিত্তে নগৈ, অৰণ্যৰ ফাললৈ মুখ কৰিলে। [2]তাতে বিলিয়মে আপোনাৰ চকু তুলি ফৈদ অনুসাৰে বাস কৰা ইস্ৰায়েলক দেখিলে; আৰু ঈশ্বৰৰ আত্মা তেওঁত স্থিতি হল। [3]তেতিয়া তেওঁ আপোনাৰ পদ্য গাই কলে,

বিয়োৰৰ পুত্ৰ বিলিয়মে কৈছে,
যাৰ চকু মুদা আছিল, সেই পুৰুষে কৈছে,
[4]যি জনে ঈশ্বৰৰ বাক্য শুনে,
যি জনে সৰ্ব্বশক্তিমানক দৰ্শন পায়,
তেওঁ মাটিত পড়ি চকু মেলি কৈছে,
[5]হে যাকোব, তোমাৰ তাম্বুবোৰ কেনে সুন্দৰ!
হে ইস্ৰায়েল, তোমাৰ আবাসবোৰ কেনে মনোহৰ!
[6]সেইবোৰ উপত্যকাৰ নিচিনা বিস্তৃত,
আৰু নদীৰ পাৰত থকা বাৰীবোৰৰ সদৃশ,
যিহোৱাই ৰোৱা অগুৰু বৃক্ষৰ নিচিনা,

আরু পানীর ওচরত থকা এরচ গছর তুল্য।
[7] তেওঁর কলহর পরা পানী উথাল খাই পড়িছে;
তেওঁর গুটি অনেক পানীর কোষত সিঁচা হব,
তেওঁর রজা অগাগত্‌কৈয়ো ওখ হব,
তেওঁর রাজ্যর উন্নতি হব।
[8] ঈশ্বরে মিচরর পরা তেওঁক উলিয়াই আনিছে;
তেওঁর বল মেথনর বলর নিচিনা;
তেওঁ আপোনার বিরুদ্ধী জাতিবোরক গ্রাস করিব,
আরু সিহঁতর হাড় গুড়ি করিব,
আরু আপোন বাণর দ্বারায় সিহঁতক সরকাই পেলাব।
[9] তেওঁ সিংহর দরে পড়ি শুলে,
সিংহীর দরে শয়ন করিলে; কোনে তেওঁক জগাব?
তোমাক আশীর্ব্বাদ দিওঁতা প্রতিজন আশীর্ব্বাদপ্রাপ্ত হওক,
আরু তোমাক শাও দিওঁতা প্রতিজন শাপগ্রস্ত হওক।

[10] তেতিয়া বিলিয়মলৈ বালাকর ক্রোধ জলি উঠিলত, তেওঁ আপোনার হাতত চাপর মারিলে; আরু বালাকে বিলিয়মক কলে, মোর শত্রুবোরক শাও দিবলৈ ময় তোমাক অনালোঁ, দেখা, এই তিনিবার তুমি সকলো প্রকারে সিহঁতক আশীর্ব্বাদহে করিলা। [11] এই হেতুকে নিজ ঠাইলৈ পলাই যোবা। ময় তোমাক অতিশয় সন্মানিত করিম বুলি কৈছিলোঁ; কিন্তু দেখা, যিহোবাই তোমাক সন্মানিত করিবলৈ বাধা করিলে। [12] তাতে বিলিয়মে বালাকক কলে, যদি বালাকে সোণ আরু রূপেরে পূর হোবা আপোনার ঘর মোক দিয়ে, তথাপি ময় আপোন ইচ্ছারে ভাল বা বেয়া কার্য্য করিবলৈ যিহোবার আজ্ঞা উল্লঙ্ঘন করিব নোবারোঁ; যিহোবাই যিহকে কব, ময় তাকেই কম, [13] তুমি পঠোবা দূতবিলাকর আগত জানো ময় ইয়াকে কোবা নাই? [14] এতিয়া দেখা, ময় স্বজাতীয় লোকবিলাকর গুরিলৈ যাওঁ; আহাঁ, এই জাতিয়ে পাছত তোমার প্রজাবিলাকক কি করিব, তাক ময় তোমাক জনাওঁ। [15] পাছে তেওঁ আপোনার পদ্য গাই কলে,

বিয়োরর পুত্র বিলিয়মে কৈছে,
যার চকু মুদা আছিল, সেই পুরুষে কৈছে,
[16] যি জনে ঈশ্বরর বাক্য শুনে,
আরু সর্ব্বোপরি জনার তত্ত্ব জানে,
যি জনে সর্ব্বশক্তিমানক দর্শন পায়,
সেই জনে মাটিত পড়ি চকু মেলি কৈছে,
[17] ময় তেওঁক দেখিছোঁ, কিন্তু বর্ত্তমানে নাই;
তেওঁক দর্শন পাইছোঁ, কিন্তু তেওঁ ওচরত থকা নাই।
যাকোবর মাজর পরা এটা তরা উদয় হব,
ইস্রায়েলর মাজর পরা এক রাজদণ্ড উঠিব:
সেয়ে মোৱাবর দীর্ঘ-প্রস্থ গুড়ি করিব,
আরু হুরামুরা করা গোটেই বংশক সংহার করিব।
[18] তেওঁর শত্রু ইদোম এক আধিপত্য হব,
তেওঁর শত্রু চেয়ীরেই এক আধিপত্য হব;
তেতিয়া ইস্রায়েলে বীরর কার্য্য করিব।
[19] যাকোবর পরা উৎপন্ন হোবা এজনে রাজত্ব করিব,
আরু নগরর অবশিষ্ট লোকবিলাকক বিনষ্ট করিব।

[20] পাছে তেওঁ অমালেকলৈ দৃষ্টি করি আপোনার পদ্য গাই কলে,

এই অমালেক জাতিবিলাকর মাজত প্রথম;
কিন্তু তার শেষ-দশা সর্ব্বনাশ।

[21] পাছে তেওঁ কেনীয়াবিলাকলৈ দৃষ্টি করি আপোনার পদ্য গাই কলে,

তোমার নিবাস অতি দৃঢ়,
আরু তোমার বাহ শিলত পতা;
[22] তথাপি কেনীয়া লোক বিনষ্ট হব,
শেষত অচূরে তোমাক বন্দী করি লৈ যাব।

[23] পাছে তেওঁ আপোনার পদ্য গাই কলে,

হায় হায়, যেতিয়া ঈশ্বরে ইয়াক করিব,
তেতিয়া কোন জীয়াই থাকিব পারিব?
[24] আরু কিত্তীমর তীরর পরা জাহাজ আহিব;
সেইবোরে অচূরক ক্লেশ দিব, আরু এবরকো ক্লেশ দিব,
আরু তারো বিনাশ ঘটিব।

[25] পাছে বিলিয়ম উঠি নিজ ঠাইলৈ উলটি গল, আৰু বালাকো আপোন বাটে গুচি গল।

### ইস্রায়েলৰ সন্তানবিলাকৰ দেৱপূজা আৰু ব্যভিচাৰ।

**২৫** পাছে ইস্রায়েলে চিটীমত বাস কৰিলত, লোকবিলাকে মোৱাবৰ জীয়াৰীবোৰে সৈতে ব্যভিচাৰ কৰিবলৈ ধৰিলে : [2] কিয়নো সেই জীয়াৰীবোৰে সিবিলাকক আপোন দেৱতাৰ বলিদান দিয়ালৈ মাতিলত, লোকবিলাকে ভোজন কৰি সিহঁতৰ দেৱতাৰ আগত প্ৰণিপাত কৰিলে। [3] ইস্রায়েল বাল্-পিয়োৰ দেৱতাত আসক্ত হোৱাত, ইস্রায়েলৰ অহিতে যিহোৱাৰ ক্ৰোধ জ্বলি উঠিল। [4] তাতে যিহোৱাই মোচিক কলে, যিহোৱাৰ প্ৰচণ্ড ক্ৰোধ ইস্রায়েলৰ পৰা গুচিবৰ নিমিত্তে, তুমি লোকবিলাকৰ আটাই মূল মানুহক নি, যিহোৱাৰ উদ্দেশে সূৰ্য্যৰ সম্মুখত সিহঁতক আৰি থোৱা। [5] তেতিয়া মোচিয়ে ইস্রায়েলৰ বিচাৰকৰ্ত্তাবিলাকক কলে, তোমালোক প্ৰতিজনে বাল-পিয়োৰত আসক্ত হোৱা আপোন লোকবিলাকক বধ কৰা। [6] পাছে ইস্রায়েলৰ সন্তানবিলাকে সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-মুখত ক্ৰন্দন কৰি থাকোঁতে, মোচিৰ আৰু গোটেই মণ্ডলীৰ সাক্ষাতে ইস্রায়েলৰ সন্তানবিলাকৰ মাজৰ এজন পুৰুষে আপোন জ্ঞাতিবিলাকৰ গুৰিলৈ এজনী মিদিয়নীয়া তিৰুতা আনিলে। [7] তাকে দেখি, হাৰোণ পুৰোহিতৰ নাতিয়েক ইলিয়াজৰৰ পুত্ৰ পীনহচে মণ্ডলীৰ মাজৰ পৰা উঠি হাতত বৰ্শা লৈ, [8] সেই ইস্রায়েলীয়া পুৰুষৰ পাছে পাছে খেদি গৈ, খোঁটালিত সোমাই সেই দুই জনক, সেই ইস্রায়েলীয়া পুৰুষক আৰু সেই তিৰুতা জনীৰ পেটত খুঁচিলে ; তাতে ইস্রায়েলৰ সন্তানবিলাকৰ মাজৰ পৰা মহামাৰী স্থগিত হল। [9] আৰু যিবোৰ মহামাৰীত মৰিল, সিহঁত চৱিশ হাজাৰ লোক আছিল।

[10] পাছে যিহোৱাই মোচিক কলে, [11] হাৰোণ, পুৰোহিতৰ নাতিয়েক ইলিয়াজৰৰ পুত্ৰ পীনহচে ইস্রায়েলৰ মাজত মোৰ অন্তৰ্জ্বালাৰে জ্বলি উঠি ইস্রায়েলৰ সন্তানবিলাকৰ পৰা মোৰ ক্ৰোধ দূৰুৱাত,ময় আপোন অন্তৰ্জ্বালাৰে ইস্রায়েলৰ সন্তানবিলাকক বিনষ্ট নকৰিলোঁ। [12] এহ হেতুকে তুমি এই কথা কোৱা, দেখা, ময় তেওঁলৈ কুশল-দায়ক নিয়মটীৰ প্ৰতিজ্ঞা সিদ্ধ কৰোঁ ; [13] সেয়ে তেওঁৰ পক্ষে আৰু তেওঁৰ ভাবি-বংশৰ পক্ষেও চিৰস্থায়ী পুৰোহিত-পদৰ নিয়ম হব ; কিয়নো তেওঁ আপোন ঈশ্বৰৰ পক্ষে অন্তৰ্জ্বালাৰে জ্বলিছিল, আৰু ইস্রায়েলৰ সন্তানবিলাকক প্ৰায়শ্চিত্ত কৰিলে। [14] হত হোৱা যি ইস্রায়েলীয়া পুৰুষক সেই মিদিয়নীয়া তিৰুতাৰ লগত বধ কৰা হৈছিল, তাৰ নাম চালুৰ পুতেক জিম্ৰী ; সি চিমিয়োনীয়া-বিলাকৰ পিতৃ-বংশৰ এজন অধ্যক্ষ আছিল। [15] আৰু সেই হত হোৱা মিদিয়নীয়া তিৰুতা জনীৰ নাম চূৰৰ জীয়েক কজ্‌বী ; চূৰ মিদিয়নৰ মাজত পিতৃ-বংশৰ লোকবিলাকৰ মূল মানুহ আছিল।

[16] পাছে যিহোৱাই মোচিক কলে, [17] তুমি মিদিয়নীয়া লোকবিলাকলৈ শত্ৰুতা আচৰণ কৰি সিহঁতক প্ৰহাৰ কৰা। [18] কিয়নো পিয়োৰ দেৱতাৰ বিষয়ে, আৰু সেই পিয়োৰৰ নিমিত্তে মহামাৰীৰ দিনা হত হোৱা সিহঁতৰ আপোন জাতিৰ কজ্‌বী নামেৰে মিদিয়নীয়া অধ্যক্ষৰ জীয়েকৰ বিষয়েও সিহঁতে তোমালোকক প্ৰতাৰণা কৰি ছলেৰে তোমালোকলৈ শত্ৰুতা আচৰণ কৰিলে।

### ইস্রায়েলৰ সন্তানবিলাকক দ্বিতীয়-বাৰ গণনা কৰা।

**২৬** এই মহামাৰীৰ পাছত যিহোৱাই মোচিক আৰু হাৰোণৰ পুত্ৰ ইলিয়াজৰ পুৰোহিতক কলে, [2] তোমালোকে ইস্রায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীৰ মাজত, আপোন আপোন পিতৃ-বংশ অনুসাৰে, ইস্রায়েলৰ মাজত ৰণলৈ যাব পৰা বিশ বছৰ বয়সীয়া আৰু তাতকৈ অধিক বয়সীয়া যিমান লোক আছে, সিবিলাকক গণনা কৰা। [3] তাতে মোচি আৰু ইলিয়াজৰ পুৰোহিতে যিৰীহোৰ সম্মুখত যৰ্দ্দনৰ ওচৰত মোৱাবৰ সমথলত সিবিলাকক কলে, [4] মোচিক, আৰু মিচৰ দেশৰ পৰা ওলাই অহা ইস্রায়েলৰ সন্তানবিলাকক দিয়া যিহোৱাৰ আজ্ঞা অনুসাৰে, বিশ বছৰ বয়সীয়া আৰু তাতকৈ অধিক বয়সীয়া লোকক গণনা কৰা।

[5] ৰূবেণ ইস্রায়েলৰ জ্যেষ্ঠ পুত্ৰ ; ৰূবেণৰ সন্তান এইবিলাক ; হনোকৰ পৰা হনোকীয়া

গোষ্ঠী, [৬] পল্লুর পরা পল্লুইয়া গোষ্ঠী, হিষ্রোণর পরা হিষ্রোণীয়া গোষ্ঠী, কর্ম্মীর পরা কর্ম্মীয়া গোষ্ঠী। [৭] এইবিলাকেই রূবেণর গোষ্ঠী; সিবিলাকর মাজর গণিত লোক তিয়াল্লিশ হাজার সাত শ ত্রিশ জন। [৮] আরু পল্লুর সন্তান ইলীয়াব; ইলীয়াবর সন্তান নমূৱেল, দাথন, আরু অবীরাম। [৯] কোরহর দলে যেতিয়া যিহোৱার বিরুদ্ধে বিবাদ করিছিল, তেতিয়া মোচি আরু হারোণর অহিতে বিবাদ করা মণ্ডলীভুক্ত লোক সেই দাথন আরু অবীরাম। [১০] সেই সময়ত পৃথিবীয়ে মুখ মেলি সিহঁতক আরু কোরহকো গ্রাস করিলে, তাতে সেই দল মরিল; অগ্নিয়ে দুশ পঞ্চাশ জনক পুরি ভস্ম করিলে, আরু সিবিলাকেই দৃষ্টান্তস্বরূপ হল। [১১] কিন্তু কোরহর সন্তানবিলাক হলে মরা নাছিল।

[১২] আপোন আপোন গোষ্ঠী অনুসারে এইবিলাক চিমিয়োনর সন্তান; নমূৱেলর পরা নমূৱেলীয়া গোষ্ঠী, যামীনর পরা যামীনীয়া গোষ্ঠী, যাখীনর পরা যাখীনিয়া গোষ্ঠী, [১৩] জেরহর পরা জেরহীয়া গোষ্ঠী, চৌলর পরা চৌলীয়া গোষ্ঠী। [১৪] চিমিয়োনীয়া এই গোষ্ঠীবিলাকর লোক বাইশ হাজার দুশ জন আছিল।

[১৫] আপোন আপোন গোষ্ঠী অনুসারে এইবিলাক গাদর সন্তান: চফোনর পরা চফোনীয়া গোষ্ঠী, হগ্গীর পরা হগ্গীয়া গোষ্ঠী, চূনীর পরা চূনীয়া গোষ্ঠী, [১৬] অজনীর পরা অজনীয়া গোষ্ঠী, এরীর পরা এরীয়া গোষ্ঠী, অরোদর পরা অরোদীয়া গোষ্ঠী, [১৭] অরেলীর পরা অরেলীয়া গোষ্ঠী। [১৮] গাদর সন্তানবিলাকর এই গোষ্ঠীবিলাক গণনা করা হলত, চল্লিশ হাজার পাঁচ শ লোক হল।

[১৯] যিহূদার পুতেক এর আরু ওনন; এই এর আরু ওনন কনান দেশতেই মরিল। [২০] আপোন আপোন গোষ্ঠী অনুসারে এইবিলাক যিহূদার সন্তান; চেলার পরা চেলানীয়া গোষ্ঠী, পেরচর পরা পেরচীয়া গোষ্ঠী, জেরহর পরা জেরহীয়া গোষ্ঠী। [২১] পেরচর এইবিলাক সন্তান; হিষ্রোণর পরা হিষ্রোণীয়া গোষ্ঠী, হামূলর পরা হামূলীয়া গোষ্ঠী। [২২] যিহূদার এই গোষ্ঠীবিলাক গণনা করা হলত, ছয়সত্তর হাজার পাঁচ শ লোক হল।

[২৩] আপোন আপোন গোষ্ঠী অনুসারে এইবিলাক ইচাখরর সন্তান; তোলার পরা তোলাইয়া গোষ্ঠী, [২৪] পুৱার পরা পুনীয়া গোষ্ঠী, যাচুবর পরা যাচুবীয়া গোষ্ঠী, চিম্রোণর পরা চিম্রোণীয়া গোষ্ঠী। [২৫] ইচাখরর এই গোষ্ঠীবিলাক গণনা করা হলত, চৌষষ্টি হাজার তিনি শ লোক হল।

[২৬] আপোন আপোন গোষ্ঠী অনুসারে এইবিলাক জবূলূনর সন্তান; চেরদর পরা চেরদীয়া গোষ্ঠী, এলোনর পরা এলোনীয়া গোষ্ঠী, যহলেলর পরা যহলেলীয়া গোষ্ঠী। [২৭] জবূলূনর এই গোষ্ঠীবিলাক গণনা করা হলত, ষাইঠ হাজার পাঁচ শ লোক হল।

[২৮] আপোন আপোন গোষ্ঠী অনুসারে যোচেফর পুত্র মনচি আরু ইফ্রয়িম। [২৯] মনচির সন্তান; মাখীরর পরা মাখীরীয়া গোষ্ঠী; মাখীরর পুতেক গিলিয়দ; সেই গিলিয়দর পরা গিলিয়দীয়া গোষ্ঠী। [৩০] গিলিয়দর সন্তান এইবিলাক; ঈয়েজরর পরা ঈয়েজরীয়া গোষ্ঠী, হেলকর পরা হেলকীয়া গোষ্ঠী, [৩১] অস্রীয়েলর পরা অস্রীয়েলীয়া গোষ্ঠী, চেখমর পরা চেখমীয়া গোষ্ঠী, চমীদার পরা চমীদাইয়া গোষ্ঠী, [৩২] আরু হেফরর পরা হেফরীয়া গোষ্ঠী। [৩৩] সেই হেফরর পুতেক চলফাদ; সেই চলফাদর পুত্র-সন্তান নাছিল, কেৱল জীয়েক আছিল; সেই চলফাদর জীয়েকহঁতর নাম মহলা, নোৱা, হগ্লা, মিল্কা, আরু তির্চা। [৩৪] ইবিলাকেই মনচির গোষ্ঠী; ইবিলাকর গণিত লোক বাবন্ন হাজার সাত শ জন।

[৩৫] আপোন আপোন গোষ্ঠী অনুসারে এইবিলাকেই ইফ্রয়িমর সন্তান; চূথেলহর পরা চূথেলহীয়া গোষ্ঠী, বেখরর পরা বেখরীয়া গোষ্ঠী, তহনর পরা তহনীয়া গোষ্ঠী। [৩৬] আরু চূথেলহর সন্তান এইবিলাক; এরণর পরা এরণীয়া গোষ্ঠী। [৩৭] ইফ্রয়িমর সন্তানবিলাকর এই গোষ্ঠীবিলাক গণনা করা হলত, বত্রিশ হাজার পাঁচ শ লোক হল। আপোন আপোন গোষ্ঠী অনুসারে এইবিলাকেই যোচেফর সন্তান।

[৩৮] আপোন আপোন গোষ্ঠী অনুসারে বিন্যামীনর সন্তান এইবিলাক; বেলার পরা বেলাইয়া গোষ্ঠী, অচ্বেলর পরা অচ্বেলীয়া গোষ্ঠী, অহীরামর পরা অহীরামীয়া গোষ্ঠী, [৩৯] চুফূফমর পরা চুফমীয়া গোষ্ঠী, হূফমর পরা হূফমীয়া গোষ্ঠী। [৪০] আরু বেলার সন্তান অর্দ আরু নামন; অর্দর

পৰা অদীয়া গোষ্ঠী, নামনৰ পৰা নামনীয়া গোষ্ঠী। [৪১] আপোন আপোন গোষ্ঠী অনুসাৰে ইবিলাকেই বিন্যামিনৰ সন্তান; ইবিলাকৰ গণিত লোক পঞ্চল্লিশ হাজাৰ ছশ জন।

[৪২] আপোন আপোন গোষ্ঠী অনুসাৰে দানৰ সন্তান এইবিলাক; চূহমৰ পৰা চূহমীয়া গোষ্ঠী। আপোন আপোন গোষ্ঠী অনুসাৰে ইবিলাক দানৰ গোষ্ঠী। [৪৩] চূহমীয়া আটাই গোষ্ঠী গণনা কৰা হলত, চৌষষ্ঠি হাজাৰ চাৰি শ জন হল।

[৪৪] আপোন আপোন গোষ্ঠী অনুসাৰে আচেৰৰ সন্তান এইবিলাক; যিম্নাৰ পৰা যিম্নীয়া গোষ্ঠী, যিচ্বীৰ পৰা যিচ্বীয়া গোষ্ঠী, বৰীয়াৰ পৰা বৰীয়াইয়া গোষ্ঠী। [৪৫] বৰীয়াৰ সন্তান এইবিলাক; হেবৰৰ পৰা হেবৰীয়া গোষ্ঠী, মল্কীয়েলৰ পৰা মল্কীয়েলীয়া গোষ্ঠী। [৪৬] আচেৰৰ জীয়েকৰ নাম চেৰহ। [৪৭] আচেৰৰ সন্তানবিলাকৰ এই গোষ্ঠীবিলাক গণনা কৰা হলত, ত্ৰেপন্ন হাজাৰ চাৰি শ জন হল।

[৪৮] আপোন আপোন গোষ্ঠী অনুসাৰে নপ্তালীৰ সন্তান এইবিলাক; যহচিয়েলৰ পৰা যহচিয়েলীয়া গোষ্ঠী, [৪৯] গূণীৰ পৰা গূণীয়া গোষ্ঠী, যেচৰৰ পৰা যেচৰীয়া গোষ্ঠী, চিল্লেমৰ পৰা চিল্লেমীয়া গোষ্ঠী। [৫০] আপোন আপোন গোষ্ঠী অনুসাৰে এইবিলাক নপ্তালীৰ গোষ্ঠী, ইবিলাকৰ গণিত লোক পঞ্চল্লিশ হাজাৰ চাৰি শ জন।

[৫১] ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত গণনা কৰা লোকবিলাকৰ সংখ্যা ছয় লাখ এক হাজাৰ সাত শ ত্ৰিশ জন আছিল।

[৫২] পাছে যিহোৱাই মোচিক কলে, [৫৩] নামৰ সংখ্যা অনুসাৰে আধিপত্যৰ অৰ্থে ইবিলাকৰ মাজত দেশ ভাগ কৰা হব। [৫৪] অধিকক অধিক আধিপত্য দিবা, আৰু কমক কম আধিপত্য দিবা; যাৰ যিমান গণিত লোক, তাক সিমান আধিপত্য দিয়া যাব। [৫৫] কিন্তু চিঠি খেলাই দেশ ভাগ কৰা হব; আপোন আপোন পিতৃ-ফৈদৰ নাম অনুসাৰে সিবিলাকে আধিপত্য পাব। [৫৬] লোক অধিক বা কম হওক, চিঠিখেলৰ দ্বাৰায়হে সিবিলাকৰ আধিপত্য সিবিলাকৰ মাজত ভাগ বাঁটি দিয়া হব।

[৫৭] আপোন আপোন গোষ্ঠী অনুসাৰে লেবী ফৈদৰ মাজত গণিত লোক এইবিলাক; গেৰ্চোনৰ পৰা গেৰ্চোনীয়া গোষ্ঠী, কহাতৰ পৰা কহাতীয়া গোষ্ঠী, মৰাৰীৰ পৰা মৰাৰীয়া গোষ্ঠী। [৫৮] লেবীয়া গোষ্ঠী এইবিলাক; লিব্নীয়া গোষ্ঠী, হিব্ৰোণীয়া গোষ্ঠী, মহলীয়া গোষ্ঠী, মূচীয়া গোষ্ঠী, কোৰহীয়া গোষ্ঠী। [৫৯] কহাতৰ পুতেক অম্ৰম; অম্ৰমৰ ভাৰ্য্যাৰ নাম যোকেবদ; তেওঁ লেবীৰ জীয়েক; তেওঁৰ মাকে তেওঁক লেবীলৈ মিচৰ দেশত জন্মালে; তেওঁ অম্ৰমলৈ হাৰোণ, মোচি, আৰু তেওঁবিলাকৰ বায়েক মিৰিয়মক জন্মালে। [৬০] হাৰোণলৈ নাদব, অবীহু, ইলিয়াজৰ, আৰু ঈথামৰ জন্মিল। [৬১] কিন্তু নাদব আৰু অবীহুৱে যিহোৱাৰ সাক্ষাতে সাধাৰণ জুই উৎসৰ্গ কৰাত, সিবিলাক মৰা পৰিল। [৬২] সিবিলাকৰ মাজত এমাহ বয়সীয়া আৰু তাত্কৈ অধিক বয়সীয়া পুৰুষবিলাকক গণনা কৰা হলত, তেইশ হাজাৰ জন হল; কিয়নো, ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত সিবিলাকক কোনো আধিপত্য নিদিয়াৰ কাৰণে, ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত সিবিলাক গণিত নহল।

[৬৩] এইবিলাক লোকক মোচি আৰু পুৰোহিত ইলিয়াজৰৰ দ্বাৰায় গণনা কৰা হল; তেওঁবিলাকে যিৰীহোৰ সম্মুখত যৰ্দ্দনৰ ওচৰত মোৱাবৰ সমথলত ইস্ৰায়েলৰ সন্তানবিলাকক গণনা কৰিলে। [৬৪] কিন্তু চিনয় অৰণ্যত ইস্ৰায়েলৰ সন্তানবিলাকক গণনা কৰা মোচি আৰু হাৰোণ পুৰোহিতৰ দ্বাৰায় যিবিলাকক গণনা কৰা হৈছিল, সিবিলাকৰ এজনো ইবিলাকৰ মাজত নাছিল। [৬৫] কাৰণ যিহোৱাই সিবিলাকৰ বিষয়ে কৈছিল, সিবিলাক নিশ্চয়ে অৰণ্যত মৰিব। এই হেতুকে সিবিলাকৰ মাজত যিফুন্নিৰ পুত্ৰ কালেব, আৰু নূনৰ পুত্ৰ যিহোচূৱাৰ বাহিৰে এজনো অৱশিষ্ট নেথাকিল।

চলফাদৰ জীয়েকবিলাকক আধিপত্য দিয়া, আৰু সেই বিষয়ৰ বিধি। মোচিৰ পদত যিহোচূৱাক নিযুক্ত কৰা।

**২৭** পাছে যোচেফৰ পুত্ৰ মনচিৰ গোষ্ঠীবিলাকৰ মাজৰ মনচিৰ বৃদ্ধ পৰিনাতি, মাখীৰৰ পৰিনাতি, গিলিয়দৰ নাতি হেফৰৰ পুতেক চলফাদৰ জীয়েক যি মহলা, নোৱা, হগ্লা, মিল্কা, আৰু তিৰ্চা, সিহঁতে আহি, [২] মোচি, ইলিয়াজৰ পুৰোহিত, অধ্যক্ষবিলাক,

আৰু গোটেই মণ্ডলীৰ আগত সাক্ষাৎ করা তাম্বুর দুৱার-মুখত থিয় হৈ এই কথা কলে, আমার পিতৃ অরণ্যতে মরিল ; ৩ তেওঁ কোরহর দলর মাজত, যিহোৱার বিরুদ্ধে আলচ পতা-বিলাকর দলর মাজত নাছিল, তেওঁ আপোন পাপতেহে মরিল; আৰু তেওঁর পুত্র-সন্তান নাছিল। ৪ আমার পিতৃর পুত্র-সন্তান নথকাত তেওঁর গোষ্ঠীর মাজর পরা তেওঁর নাম কিয় লোপ পাব ? আমার পিতৃ-বংশর ভাইবিলাকর মাজত আমাকেই আধিপত্য দিওক। ৫ তেতিয়া মোচিয়ে যিহোৱার আগত সিহঁতর কথা কলে। ৬ তাতে যিহোৱাই মোচিক কলে, ৭ চলফাদর জীয়েকহঁতে স্বরূপ কৈছে; তুমি সিহঁতর পিতৃ-বংশর ভাইবিলাকর মাজত অবশ্যে সিহঁতক সত্ত্বাধিকার দিবা; সিহঁতর বাপেকর আধিপত্য সিহঁতক গতাই দিবা। ৮ আৰু ইস্রায়েলর সন্তানবিলাকক কোৱা, কোনো লোক যদি অপুত্রক হৈ মরে, তেতিয়া তোমালোকে তার আধিপত্য তার জীয়েকক গতাই দিবা। ৯ যদি তার জীয়েক নেথাকে, তেন্তে তার ভায়েক-ককায়েকক তার আধিপত্য দিবা। ১০ যদি তার ভাই-ককাই নেথাকে, তেন্তে তার বড় বাপেক বা দদায়েকক তার আধিপত্য দিবা। ১১ যদি তার বড় বাপেক বা দদায়েক নেথাকে, তেন্তে তার গোষ্ঠীর মাজর ওচর-সম্বন্ধীয়া লোকক তার আধিপত্য দিবা; সি তাক অধিকার করিব। মোচিলৈ হোৱা যিহোৱার আজ্ঞার দরে এয়ে ইস্রায়েলর সন্তানবিলাকর স্বত্ববিষয়ক বিধি হব।

১২ পাছে যিহোৱাই মোচিক কলে, তুমি এই অবারীম পর্ব্বতত উঠি, যি দেশ ময় ইস্রায়েলর সন্তানবিলাকক দিলোঁ, তাক চোৱা। ১৩ তাক দেখার পাছে তোমার ককায়েরা হারোণর নিচিনাকৈ তোমাকো আপোন লোকবিলাকর লগলৈ নিয়া হব। ১৪ কিয়নো ছিন অরণ্যত মণ্ডলীর বিবাদত, তোমালোকে জলর ওচরত লোকবিলাকর আগত মোক পবিত্ররূপে মান্য করিবলৈ দিয়া আজ্ঞা উল্লঙ্ঘন করিলা। (সেই জল ছিন অরণ্যর কাদেচত থকা মিরীবার জল।) ১৫ তাতে মোচিয়ে যিহোৱাক কলে, ১৬ যিহোৱার মণ্ডলী রখীয়া নোহোৱা মেরর জাকর নিচিনা নহবর নিমিত্তে, ইস্রায়েলর সন্তানবিলাকর আগত অহা-যোৱা করিব পরা, ১৭ আৰু সিবিলাকক বাহিরলৈ ভিতরলৈ নিব পরা এজন মানুহ মণ্ডলীর ওপরত, সকলোরে শরীরত থকা আত্মার ঈশ্বর যিহোৱাই নিযুক্ত করোক। ১৮ তাতে যিহোৱাই মোচিক কলে, আত্মা থকা লোক নূনর পুত্র যিহোচূৱাক লৈ তেওঁর মূরত হাত দিয়া, ১৯ আৰু ইলিয়াজর পুরোহিতর আৰু গোটেই মণ্ডলীর আগত তেওঁক উপস্থিত করি সিবিলাকর আগতে তেওঁক আদেশ দিয়া। ২০ আৰু ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলীয়ে তেওঁর আজ্ঞা মানিবর নিমিত্তে তেওঁক আপোন সম্মানর ভাগী করা। ২১ তেওঁ ইলিয়াজর পুরোহিতর সম্মুখত থিয় হব, আৰু ইলিয়াজরে তেওঁর নিমিত্তে উরীমর বিচারর দ্বারায় যিহোৱাক সুধিব; তেওঁ আৰু তেওঁর লগত ইস্রায়েলর সকলো সন্তান-বিলাকে, গোটেই মণ্ডলীয়ে ইলিয়াজরর আজ্ঞাতে বাহিরলৈ ভিতরলৈ অহা-যোৱা করিব। ২২ পাছে মোচিয়ে যিহোৱাই দিয়া আজ্ঞার দরেই কার্য্য করিলে; তেওঁ যিহোচূৱাক নি, ইলিয়াজর পুরোহিত আৰু গোটেই মণ্ডলীর আগত উপস্থিত করি, ২৩ তেওঁর মূরত হাত দি, মোচির দ্বারায় কোৱা যিহোৱার বাক্য অনুসারে তেওঁক আদেশ দিলে।

নিরূপিত সময়ত দিব লগা বলিদান-বিষয়ক বিধি।

২৮ পাছে যিহোৱাই মোচিক কলে, ২ তুমি ইস্রায়েলর সন্তানবিলাকক আজ্ঞা করা, সিবিলা-কক এই কথা কোৱা, মোর উপহার, মোর সুঘ্রাণার্থক মোর ভক্ষ্যস্বরূপ মোর অগ্নিকৃত উপহার আপোন আপোন নিয়মিত সময়ত মোর অর্থে উৎসর্গ করিবলৈ তোমালোক সাৱধানে থাকিবা। ৩ এই হেতুকে তুমি সিবিলাকক কোৱা, তোমালোকে যিহোৱার উদ্দেশে উৎসর্গ করিব লগা অগ্নিকৃত উপহার এই, প্রতিদিনে নিত্য হোমর অর্থে দুটা এবছরীয়া নির্দ্দুণী মটা মের পোৱালি। ৪ তারে এটা মের পোৱালি রাতিপুৱা উৎসর্গ করিবা, আৰু আনটো মের পোৱালি সন্ধ্যা পরত উৎসর্গ করিবা। ৫ আৰু ভক্ষ্য নৈবেদ্যর নিমিত্তে হীনর চারি ভাগর এভাগ খুন্দি উলিওৱা তেল মিহলোৱা ঐফার দহ ভাগর এভাগ মিহি আটাগুড়ি। ৬ এয়ে নিত্য

হোম; যিহোৱাৰ উদ্দেশে সুঘ্ৰাণাৰ্থক অগ্নিকৃত উপহাৰস্বৰূপে চীনয় পৰ্ব্বতত এয়ে নিৰূপিত হৈছিল। [৭] আৰু তাৰ প্ৰথম মেৰ পোৱালিৰ নিমিত্তে হীনৰ চাৰি ভাগৰ এভাগ তাৰ পেয় নৈবেদ্য হব; তুমি পবিত্ৰস্থানত যিহোৱাৰ উদ্দেশে পেয় নৈবেদ্যস্বৰূপে ৰাগীয়াল ৰস ঢালি দিবা। [৮] আৰু দ্বিতীয় মেৰ পোৱালিটো সন্ধ্যা পৰত উৎসৰ্গ কৰিবা; ৰাতিপুৱা দিয়া ভক্ষ্য নৈবেদ্য আৰু তাৰ পেয় নৈবেদ্যৰ নিচিনাকৈ তাকো যিহোৱাৰ উদ্দেশে সুঘ্ৰাণাৰ্থক অগ্নিকৃত উপহাৰ-স্বৰূপে উৎসৰ্গ কৰিবা।

[৯] আৰু বিশ্ৰাম-দিনত দুটা এবছৰীয়া নিৰ্ঘুণী মটা মেৰ পোৱালি, আৰু তেল মিহলোৱা ঐফাৰ দহ ভাগৰ দুভাগ ভক্ষ্য নৈবেদ্য আৰু তাৰ পেয় নৈবেদ্য উৎসৰ্গ কৰিবা। [১০] নিত্য হোম আৰু তাৰ পেয় নৈবেদ্যৰ বাহিৰেও প্ৰতি-বিশ্ৰাম-বাৰে এই হোম হব।

[১১] আৰু প্ৰত্যেক মাহৰ আৰম্ভনত তোমালোকে যিহোৱাৰ উদ্দেশে হোমৰ নিমিত্তে দুটা দমৰা গৰু, এটা মটা মেৰ, আৰু সাতোটা এবছৰীয়া নিৰ্ঘুণী মটা মেৰ পোৱালি, এই সকলোকে উৎসৰ্গ কৰিবা। [১২] আৰু প্ৰত্যেক দমৰা গৰুৰ নিমিত্তে ভক্ষ্য নৈবেদ্যস্বৰূপে ঐফাৰ দহ ভাগৰ তিনি ভাগ, তেল মিহলোৱা মিহি আটাগুড়ি, আৰু মটা মেৰটোৰ নিমিত্তে ভক্ষ্য নৈবেদ্যস্বৰূপে দহ ভাগৰ দুভাগ, তেল মিহলোৱা মিহি আটাগুড়ি, [১৩] আৰু প্ৰত্যেক মেৰ পোৱালিৰ নিমিত্তে ভক্ষ্য নৈবেদ্যস্বৰূপে দহ ভাগৰ এভাগ, তেল মিহলোৱা মিহি আটাগুড়ি উৎসৰ্গ কৰিবা; সেয়ে সুঘ্ৰাণাৰ্থক হোম-বলি, যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ। [১৪] আৰু প্ৰত্যেক দমৰা গৰুৰ নিমিত্তে হীনৰ আধা ভাগ, আৰু মটা মেৰটোৰ নিমিত্তে হীনৰ তিনি ভাগৰ এভাগ, আৰু প্ৰত্যেক মেৰ পোৱালিৰ নিমিত্তে হীনৰ চাৰি ভাগৰ এভাগ দ্ৰাক্ষাৰস সেইবোৰৰ পেয় নৈবেদ্য হব; এয়ে বছৰৰ প্ৰত্যেক মাহত কৰিব লগীয়া মাহেকীয়া হোম। [১৫] আৰু যিহোৱাৰ উদ্দেশে পাপাৰ্থক বলিস্বৰূপে এটা মটা ছাগ উৎসৰ্গ কৰিবা; নিত্য হোম আৰু তাৰ পেয় নৈবেদ্যৰ বাহিৰেও ইয়াক কৰিব লাগিব।

[১৬] পাছে প্ৰথম মাহৰ চতুৰ্দ্দশ দিনা যিহোৱাৰ নিস্তাৰ-পৰ্ব্ব হব; [১৭] আৰু সেই মাহৰ পঞ্চদশ দিনা উৎসৱ হব, সাত দিন খমীৰ নিদিয়া পিঠা ভোজন কৰিব লাগিব। [১৮] প্ৰথম দিনা পবিত্ৰ সভা হব; সেই দিনা তোমালোকে কোনো ব্যৱসায়ৰ কৰ্ম্ম নকৰিবা; [১৯] কিন্তু যিহোৱাৰ উদ্দেশে হোম-বলিৰ অৰ্থে অগ্নিকৃত উপহাৰ-স্বৰূপে দুটা দমৰা গৰু, এটা মটা মেৰ, আৰু সাতোটা এবছৰীয়া মটা মেৰ পোৱালি উৎসৰ্গ কৰিবা; সেইবোৰ নিৰ্ঘুণী পশু হব; [২০] আৰু প্ৰত্যেক দমৰা গৰুৰ নিমিত্তে দহ-ভাগৰ তিনি ভাগ, মটা মেৰটোৰ নিমিত্তে দহ ভাগৰ দুভাগ, [২১] আৰু মেৰ পোৱালি সাতোটাৰ প্ৰত্যেক পোৱালিৰ নিমিত্তে দহ ভাগৰ এভাগ, তেল মিহলোৱা মিহি আটাগুড়ি সেইবোৰৰ ভক্ষ্য নৈবেদ্য হব; [২২] আৰু তোমালোকক প্ৰায়শ্চিত্ত কৰিবলৈ পাপাৰ্থক বলিস্বৰূপে এটা মটা ছাগ উৎসৰ্গ কৰিবা। [২৩] নিত্য হোমৰ অৰ্থে ৰাতি-পুৱাৰ যি হোম-বলি, তাৰ বাহিৰেও এই সকলোকে উৎসৰ্গ কৰিবা। [২৪] এই নিয়ম অনুসাৰে তোমালোকে সাত দিনলৈকে প্ৰতিদিনে যিহোৱাৰ উদ্দেশে সুঘ্ৰাণৰ অৰ্থে ভক্ষ্যস্বৰূপ অগ্নিকৃত উপহাৰ উৎসৰ্গ কৰিবা; নিত্য হোম আৰু তাৰ পেয় নৈবেদ্যৰ বাহিৰেও ইয়াক উৎসৰ্গ কৰিবা। [২৫] আৰু সপ্তম দিনা তোমালোকৰ পবিত্ৰ সভা হব; সেই দিনা তোমালোকে কোনো ব্যৱসায়ৰ কৰ্ম্ম নকৰিবা।

[২৬] যি দিনা তোমালোকে সাত সপ্তাহৰ অন্তত হোৱা পৰ্ব্বত যিহোৱালৈ কোনো নতুন ভক্ষ্য নৈবেদ্য উৎসৰ্গ কৰা, প্ৰথমে পকা ফল দিয়া সেই দিনা তোমালোকৰ পবিত্ৰ সভা হব; সেই দিনা কোনো ব্যৱসায়ৰ কৰ্ম্ম নকৰিবা; [২৭] কিন্তু যিহোৱাৰ উদ্দেশে সুঘ্ৰাণৰ অৰ্থে হোম-বলিস্বৰূপে দুটা দমৰা গৰু, এটা মটা মেৰ, আৰু সাতোটা এবছৰীয়া মটা মেৰ পোৱালি, [২৮] আৰু প্ৰত্যেক দমৰা গৰুৰ নিমিত্তে দহ ভাগৰ তিনি ভাগ, মটা মেৰটোৰ নিমিত্তে দহ ভাগৰ দুভাগ, [২৯] আৰু মেৰ পোৱালি সাতোটাৰ প্ৰত্যেক পোৱালিৰ নিমিত্তে দহ ভাগৰ এভাগ, তেল মিহলোৱা মিহি আটাগুড়ি সেইবোৰৰ ভক্ষ্য নৈবেদ্য উৎসৰ্গ কৰিবা; [৩০] আৰু তোমালোকক প্ৰায়শ্চিত্ত কৰিবলৈ এটা মটা ছাগ উৎসৰ্গ

করিবা। [31] নিত্য হোম-বলি আরু তার ভক্ষ্য নৈবেদ্যর বাহিরেও তোমালোকে এই সকলোকে, আরু এইবোরর পেয় নৈবেদ্য উৎসর্গ করিবা; এই সকলো নির্দ্দুণী পশু হব লাগিব।

**২৯** আরু সপ্তম মাহত, মাহর প্রথম দিনা তোমালোকর পবিত্র সভা হব; সেই দিনা তোমালোকে কোনো ব্যৱসায়র কর্ম্ম নকরিবা; সেই দিন তোমালোকর তূরী বজোৱা দিন হব। [2] সেই দিনা তোমালোকে যিহোৱার উদ্দেশে সুঘ্রাণর অর্থে হোম-বলিস্বরূপে এটা দমরা গরু, এটা মটা মের, আরু সাতোটা নির্দ্দুণী এবছরীয়া মটা মের পোৱালি, [3] আরু সেই দমরা গরুটোর নিমিত্তে দহ ভাগর তিনি ভাগ, মটা মেরটোর নিমিত্তে দহ ভাগর দুভাগ, [4] আরু মের পোৱালি সাতোটার প্রত্যেক পোৱালির নিমিত্তে দহ ভাগর এভাগ, তেল মিহলোৱা মিহি আটাগুড়ি সেইবোরর ভক্ষ্য নৈবেদ্য উৎসর্গ করিবা; [5] আরু তোমালোকক প্রায়শ্চিত্ত করিবলৈ পাপার্থক বলিস্বরূপে এটা মটা ছাগ উৎসর্গ করিবা। [6] নতুন জোনর হোম-বলি আরু তার ভক্ষ্য নৈবেদ্য, নিত্য হোম-বলি আরু তার ভক্ষ্য নৈবেদ্য, আরু সেইবোরর পেয় নৈবেদ্যর বাহিরেও, সেইবোরর বিধিমতে তোমালোকে সুঘ্রাণর অর্থে যিহোৱার উদ্দেশে অগ্নিকৃত উপহারস্বরূপে এই সকলোকে উৎসর্গ করিবা।

[7] সেই সপ্তম মাহর দশম দিনা তোমালোকর পবিত্র সভা হব; সেই দিনা তোমালোকে আপোন আপোন প্রাণক দুঃখ দিবা, আরু কোনো কার্য্য নকরিবা; [8] কিন্তু যিহোৱার উদ্দেশে সুঘ্রাণর অর্থে হোম-বলিস্বরূপে এটা দমরা গরু, এটা মটা মের, আরু সাতোটা এবছরীয়া মটা মের পোৱালি উৎসর্গ করিবা; সেইবোর নির্দ্দুণী পশু হব লাগিব; [9] আরু দমরা গরুটোর নিমিত্তে দহ ভাগর তিনি ভাগ, মটা মেরটোর নিমিত্তে দহ ভাগর দুভাগ, [10] আরু মের পোৱালি সাতোটার প্রত্যেক পোৱালির নিমিত্তে দহ ভাগর এভাগ, তেল মিহলোৱা মিহি আটাগুড়ি সেইবোরর ভক্ষ্য নৈবেদ্য হব; [11] আরু পাপার্থক বলিস্বরূপে এটা মটা ছাগ উৎসর্গ করিবা। প্রায়শ্চিত্তর পাপার্থক বলির, নিত্য হোম-বলির, তার ভক্ষ্য নৈবেদ্যর, আরু সেইবোরর পেয় নৈবেদ্যর বাহিরেও, এই সকলোকে উৎসর্গ করিবা।

[12] আরু সপ্তম মাহর পঞ্চদশ দিনা তোমালোকর পবিত্র সভা হব; সেই দিনা তোমালোকে কোনো ব্যৱসায়র কর্ম্ম নকরিবা; আরু তোমালোকে সাত দিনলৈকে যিহোৱার উদ্দেশে উৎসৱ পালন করিবা; [13] আরু যিহোৱার উদ্দেশে সুঘ্রাণর অর্থে অগ্নিকৃত উপহারস্বরূপে হোম-বলির নিমিত্তে তেরটা দমরা গরু, দুটা মটা মের, আরু চৌদ্ধটা এবছরীয়া মটা মের পোৱালি উৎসর্গ করিবা; সেইবোর নির্দ্দুণী পশু হব লাগিব; [14] আরু দমরা গরু তেরটার প্রত্যেক গরুর নিমিত্তে দহ ভাগর তিনি ভাগ, আরু মটা মের দুটার প্রত্যেক মেরর নিমিত্তে দহ ভাগর দুভাগ, [15] আরু মটা মের পোৱালি চৌদ্ধটার প্রত্যেক মের পোৱালির নিমিত্তে দহ ভাগর এভাগ, তেল মিহলোৱা মিহি আটাগুড়ি সেইবোরর ভক্ষ্য নৈবেদ্য হব; [16] আরু পাপার্থক বলির নিমিত্তে এটা মটা ছাগ উৎসর্গ করিবা। নিত্য হোম-বলি আরু তার ভক্ষ্য ও পেয় নৈবেদ্যর বাহিরেও তোমালোকে এই সকলোকে উৎসর্গ করিবা।

[17] আরু দ্বিতীয় দিনা বারটা দমরা গরু, দুটা মটা মের, আরু চৌদ্ধটা এবছরীয়া নির্দ্দুণী মটা মের পোৱালি উৎসর্গ করিবা; [18] আরু দমরা গরুর, মেরর, আরু মের পোৱালির সংখ্যা অনুসারে বিধিমতে সেইবোরর ভক্ষ্য আরু পেয় নৈবেদ্য হব; আরু পাপার্থক বলির নিমিত্তে এটা মটা ছাগ উৎসর্গ করিবা। [19] নিত্য হোম-বলি আরু তার ভক্ষ্য ও সেইবোরর পেয় নৈবেদ্যর বাহিরেও তোমালোকে এই সকলোকে উৎসর্গ করিবা।

[20] আরু তৃতীয় দিনা এঘারটা দমরা গরু, দুটা মটা মের, আরু চৌদ্ধটা এবছরীয়া নির্দ্দুণী মটা মের পোৱালি উৎসর্গ করিবা; [21] আরু দমরা গরুর, মেরর, আরু মের পোৱালির সংখ্যা অনুসারে বিধিমতে সেইবোরর ভক্ষ্য আরু পেয় নৈবেদ্য হব; [22] আরু পাপার্থক বলির অর্থে এটা মটা ছাগ উৎসর্গ করিবা। নিত্য হোম-বলি আরু তার ভক্ষ্য ও পেয় নৈবেদ্যর বাহিরেও তোমালোকে এই সকলোকে উৎসর্গ করিবা।

[২৩] আৰু চতুর্থ দিনা দহোটা দমৰা গৰু, দুটা মটা মেৰ, আৰু চৌদ্ধটা এবছৰীয়া নির্ঘুণী মটা মেৰ পোৱালি উৎসর্গ কৰিবা; [২৪] আৰু দমৰা গৰুৰ, মেৰৰ, আৰু মেৰ পোৱালিৰ সংখ্যা অনুসাৰে বিধিমতে সেইবোৰৰ ভক্ষ্য আৰু পেয় নৈবেদ্য হব; [২৫] আৰু পাপার্থক বলিৰ নিমিত্তে এটা মটা ছাগ উৎসর্গ কৰিবা। নিত্য হোম-বলি, আৰু তাৰ ভক্ষ্য ও পেয় নৈবেদ্যৰ বাহিৰেও তোমালোকে এই সকলোকে উৎসর্গ কৰিবা।

[২৬] আৰু পঞ্চম দিনা নটা দমৰা গৰু, দুটা মটা মেৰ, আৰু চৌদ্ধটা এবছৰীয়া নির্ঘুণী মটা মেৰ পোৱালি উৎসর্গ কৰিবা; [২৭] আৰু দমৰা গৰুৰ, মেৰৰ, আৰু মেৰ পোৱালিৰ সংখ্যা অনুসাৰে বিধিমতে সেইবোৰৰ ভক্ষ্য আৰু পেয় নৈবেদ্য হব; [২৮] আৰু পাপার্থক বলিৰ নিমিত্তে এটা মটা ছাগ উৎসর্গ কৰিবা। নিত্য হোম-বলি আৰু তাৰ ভক্ষ্য ও পেয় নৈবেদ্যৰ বাহিৰেও তোমালোকে এই সকলোকে উৎসর্গ কৰিবা।

[২৯] আৰু ষষ্ঠ দিনা আঁঠোটা দমৰা গৰু, দুটা মটা মেৰ, আৰু চৌদ্ধটা এবছৰীয়া নির্ঘুণী মটা মেৰ পোৱালি উৎসর্গ কৰিবা; [৩০] আৰু দমৰা গৰুৰ, মেৰৰ, আৰু মেৰ পোৱালিৰ সংখ্যা অনুসাৰে বিধিমতে সেইবোৰৰ ভক্ষ্য আৰু পেয় নৈবেদ্য হব; [৩১] আৰু পাপার্থক বলিৰ নিমিত্তে এটা মটা ছাগ উৎসর্গ কৰিবা। নিত্য হোম-বলি আৰু তাৰ ভক্ষ্য ও পেয় নৈবেদ্যৰ বাহিৰেও তোমালোকে এই সকলোকে উৎসর্গ কৰিবা।

[৩২] আৰু সপ্তম দিনা সাতোটা দমৰা গৰু, দুটা মটা মেৰ, আৰু চৌদ্ধটা এবছৰীয়া নির্ঘুণী মটা মেৰ পোৱালি উৎসর্গ কৰিবা; [৩৩] আৰু দমৰা গৰুৰ, মেৰৰ, আৰু মেৰ পোৱালিৰ সংখ্যা অনুসাৰে বিধিমতে সেইবোৰৰ ভক্ষ্য আৰু পেয় নৈবেদ্য হব; [৩৪] আৰু পাপার্থক বলিৰ নিমিত্তে এটা মটা ছাগ উৎসর্গ কৰিবা। নিত্য হোম-বলি আৰু তাৰ ভক্ষ্য নৈবেদ্য ও তাৰ পেয় নৈবেদ্য-বোৰৰ বাহিৰেও তোমালোকে এই সকলোকে উৎসর্গ কৰিবা।

[৩৫] অষ্টম দিনা তোমালোকৰ ধৰ্ম্ম-সভা হব; সেই দিনা তোমালোকে কোনো ব্যৱসায়ৰ কৰ্ম্ম নকৰিবা; [৩৬] কিন্তু যিহোৱাৰ উদ্দেশে সুঘ্ৰাণৰ অৰ্থে অগ্নিকৃত উপহাৰস্বৰূপে হোম-বলিৰ নিমিত্তে এটা দমৰা গৰু, এটা মটা মেৰ, আৰু সাতোটা এবছৰীয়া নির্ঘুণী মটা মেৰ পোৱালি উৎসর্গ কৰিবা, [৩৭] আৰু দমৰা গৰুৰ, মেৰৰ, আৰু মেৰ পোৱালিৰ সংখ্যা অনুসাৰে বিধিমতে সেইবোৰৰ ভক্ষ্য আৰু পেয় নৈবেদ্য হব; [৩৮] আৰু পাপার্থক বলিৰ নিমিত্তে এটা মটা ছাগ উৎসর্গ কৰিবা। নিত্য হোম আৰু তাৰ ভক্ষ্য ও পেয় নৈবেদ্যৰ বাহিৰেও তোমালোকে এই সকলোকে উৎসর্গ কৰিবা।

[৩৯] সঙ্কল্প সিদ্ধ কৰিবৰ নিমিত্তে দিয়া আৰু ইচ্ছামতে এনেই দিয়া তোমালোকৰ উপহাৰৰ বাহিৰে, তোমালোকৰ ভক্ষ্য ও পেয় নৈবেদ্যৰ নিমিত্তে, আৰু তোমালোকৰ মঙ্গলাৰ্থক বলিৰ নিমিত্তে এইবোৰ তোমালোকে আপোনাৰ নিৰূপিত পৰ্ব্ববোৰত যিহোৱাৰ উদ্দেশে উৎসর্গ কৰিবা। [৪০] পাছে মোচিয়ে যিহোৱাৰ পৰা পোৱা সকলো আজ্ঞা অনুসাৰে ইস্ৰায়েলৰ সন্তানবিলাকক এই সকলো কথা কলে।

সঙ্কল্প আৰু ব্ৰত-বিষয়ক বিধি।

৩০ পাছে মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকৰ ফৈদৰ মূল মানুহবিলাকক কলে, [২] যিহোৱাই এই আজ্ঞা কৰিছে, কোনো পুৰুষে যদি যিহোৱাৰ উদ্দেশে সঙ্কল্প কৰে, বা ব্ৰত-বন্ধনেৰে আপোন প্ৰাণ বন্ধ কৰিবলৈ শপথ কৰে, তেন্তে সি আপোনাৰ বাক্য ব্যৰ্থ নকৰি, আপোনাৰ মুখৰ পৰা ওলোৱা আটাই বাক্য সিদ্ধ কৰিব লাগিব। [৩] আৰু কোনো তিৰুতাই যদি জীয়াৰী কালত বাপেকৰ ঘৰত থাকোঁতে যিহোৱাৰ উদ্দেশে কোনো সঙ্কল্প কৰে, বা ব্ৰত-বন্ধনেৰে আপোনাকে বন্ধ কৰে, [৪] আৰু তাইৰ বাপেকে যদি, তাই সঙ্কল্প কৰা, বা ব্ৰত-বন্ধনেৰে তাই আপোনাকে বন্ধ কৰা কথা শুনিও, তাইক একো নকৈ মনে মনে থাকে, তেন্তে তাইৰ সকলো সঙ্কল্প সিদ্ধ কৰিব লাগিব, আৰু যি বন্ধনেৰে তাই আপোনাকে বন্ধ কৰে, তাকো সিদ্ধ কৰিব লাগিব। [৫] কিন্তু শুনা দিনা যদি তাইৰ বাপেকে তাইক নিষেধ কৰে, তেন্তে তাইৰ সঙ্কল্প, বা যি বন্ধনেৰে তাই আপোনাকে বন্ধ কৰিলে, সেই আটাই কথা সিদ্ধ কৰিব নেলাগিব; আৰু তাইৰ বাপেকে নিষেধ কৰা হেতুকে যিহোৱাই

তাইক ক্ষমা দিব। ৬ আৰু তাই সঙ্কল্পৰ অধীন থকা, বা অবিবেচনাৰূপে মুখৰ পৰা ওলোৱা বাক্যেৰে আপোনাকে বন্ধ কৰা কালত, যদি তাইক বিয়া দিয়া হয়, ৭ আৰু তাইৰ স্বামীয়ে তাক শুনিও, শুনা দিনা তাইক একো নকৈ মনে মনে থাকে, তেন্তে তাইৰ সঙ্কল্পবোৰ সিদ্ধ কৰিব লাগিব, বা যি যি বন্ধনেৰে তাই আপোনাকে বন্ধ কৰিলে, তাকো সিদ্ধ কৰিব লাগিব। ৮ কিন্তু শুনা দিনা যদি তাইৰ স্বামীয়ে তাইক নিষেধ কৰে, তেন্তে তাই যি সঙ্কল্পৰ অধীন, আৰু অবিবেচনাৰূপে আপোন মুখৰ পৰা ওলোৱা যি বাক্যৰ দ্বাৰায় তাই আপোনাকে বন্ধ কৰিলে, স্বামীয়ে তাক ব্যৰ্থ কৰিব, আৰু যিহোৱাই তাইক ক্ষমা দিব। ৯ কিন্তু বাঁৰী, বা স্বামীয়ে ত্যাগ কৰা তিৰুতাই সঙ্কল্প আদি বন্ধনেৰে আপোনাকে বন্ধ কৰা সকলো কথা সিদ্ধ কৰিব লাগিব। ১০ আৰু তাই যদি স্বামীৰ ঘৰত থাকোঁতে সঙ্কল্প কৰে, বা শপথ কৰি আপোনাকে ব্ৰত-বন্ধনেৰে বন্ধ কৰে, ১১ আৰু তাইৰ স্বামীয়ে তাক শুনি তাইক একো নকৈ যদি মনে মনে থাকে, তাইক নিষেধ নকৰে, তেন্তে তাইৰ সকলো সঙ্কল্প সিদ্ধ কৰিব লাগিব, আৰু তাই যি বন্ধনেৰে আপোনাকে বন্ধ কৰিলে, তাকো সিদ্ধ কৰিব লাগিব। ১২ কিন্তু শুনা দিনা তাইৰ স্বামীয়ে যদি সেই সকলোকে কোনো ৰূপে ব্যৰ্থ কৰে, তেন্তে তাইৰ সঙ্কল্প, আৰু তাইৰ ব্ৰত-বন্ধনৰ বিষয়ে তাইৰ মুখৰ পৰা যি বাক্য ওলাইছিল, তাকো সিদ্ধ কৰিব নেলাগিব; তাইৰ স্বামীয়ে তাক ব্যৰ্থ কৰিলে, আৰু যিহোৱাই তাইক ক্ষমা দিব। ১৩ তিৰুতাৰ প্ৰত্যেক সঙ্কল্প, আৰু আপোনাকে দুঃখ দিবলৈ আপোনাকে বন্ধ কৰা শপথ তাইৰ স্বামীয়ে সিদ্ধও কৰিব পাৰে, তাইৰ স্বামীয়ে তাক ব্যৰ্থও কৰিব পাৰে। ১৪ কিন্তু তাইৰ স্বামীয়ে যদি কেইবা দিনলৈকে তাইক একো নকৈ সকলোভাৱে মনে মনে থাকে, তেন্তে তাইৰ সকলো সঙ্কল্প, আৰু আপোনাকে বন্ধ কৰা সকলো কথা সি সিদ্ধ কৰিব লগীয়া কৰে; কিয়নো শুনা দিনা একো নকৈ মনে মনে থকাত, সি তাক সিদ্ধ কৰিব লগীয়া কৰিলে। ১৫ কিন্তু তাক শুনাৰ পাছে যদি কোনো ৰূপে সি তাক ব্যৰ্থ কৰে, তেন্তে স্বামীয়ে তাইৰ অপৰাধৰ ফল ভোগ কৰিব। ১৬ স্বামী আৰু ভাৰ্য্যাৰ বিষয়ে, বাপেক আৰু যৌৱন কালত তাৰ ঘৰত থকা জীয়েকৰ বিষয়ে যিহোৱাই মোচিক আজ্ঞা কৰা বিধি এইবোৰ।

মিদিয়নীয়াহঁতৰ পৰাজয় আৰু বিনাশ।

৩১ পাছে যিহোৱাই মোচিক কলে, ২ তুমি ইস্ৰায়েলৰ সন্তানবিলাকৰ নিমিত্তে মিদিয়নীয়াবিলাকৰ প্ৰতিকাৰ সাধা; পাছত তোমাক আপোন লোকবিলাকৰ লগলৈ নিয়া হব। ৩ তাতে মোচিয়ে লোকবিলাকক কলে, যিহোৱাৰ নিমিত্তে মিদিয়নৰ প্ৰতিকাৰ সাধিবলৈ, মিদিয়নৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিবৰ নিমিত্তে তোমালোকৰ মাজৰ কিছুমান লোকক যুদ্ধলৈ সুসজ্জিত কৰা। ৪ তোমালোকে ইস্ৰায়েলৰ আটাই ফৈদৰ প্ৰত্যেক ফৈদৰ এক এক হাজাৰ লোকক যুদ্ধলৈ পঠাবা। ৫ তাতে ইস্ৰায়েলৰ গোষ্ঠীবিলাকৰ পৰা প্ৰত্যেক ফৈদৰ এক এক হাজাৰ লোক, এই ৰূপে যুদ্ধলৈ সুসজ্জিত হোৱা বাৰ হাজাৰ লোক উলিওৱা হল। ৬ পাছে মোচিয়ে সিবিলাকক, প্ৰত্যেক ফৈদৰ এক এক হাজাৰ লোকক আৰু ইলিয়াজৰ পুৰোহিতৰ পুত্ৰ পীনহচক যুদ্ধলৈ পঠালে; পবিত্ৰস্থানৰ বস্তু, ৰণবাদ্যৰ অৰ্থে তূৰী সেই পীনহচৰ হাতত আছিল। ৭ তাতে, মোচিক দিয়া যিহোৱাৰ আজ্ঞা অনুসাৰে সিবিলাকে মিদিয়নৰ বিৰুদ্ধে যুদ্ধ কৰি সিহঁতৰ সকলো পুৰুষকে বধ কৰিলে। ৮ আৰু সিবিলাকে আন আন হত লোকৰ লগত মিদিয়নৰ ৰজাবিলাকক, অৰ্থাৎ ইবী, ৰেকম, চূৰ, হূৰ, ৰেবা, এই এই নামৰ মিদিয়নীয়া পাঁচ জন ৰজাক বধ কৰিলে; আৰু বিয়োৰৰ পুতেক বিলিয়মকো তৰোৱালেৰে বধ কৰিলে। ৯ আৰু ইস্ৰায়েলৰ সন্তানবিলাকে মিদিয়নৰ আটাই তিৰুতা মানুহবিলাকক আৰু লৰা-ছোৱালীবিলাকক বন্দী কৰি লৈ গল, আৰু সিহঁতৰ গৰু মেৰ আদি সকলো পশু আৰু সকলো সম্পত্তি লুটিলে। ১০ সিহঁতে যি যি ঠাইত বাস কৰিছিল, সেই সেই ঠাইত থকা সিহঁতৰ সকলো নগৰ, আৰু সিহঁতৰ আটাই ছাউনি পুড়ি পেলালে। ১১ আৰু সিবিলাকে লুটি লোৱা সকলো সম্পত্তি, আৰু মানুহ কি পশু সকলো জীয়া প্ৰাণী লগত ললে। ১২ যিহোৱাৰ সম্মুখত

যৰ্দ্দনৰ পাৰৰ মোৱাবৰ সমথলত থকা ছাউনিলৈ, মোচিৰ, ইলিয়াজৰ পুৰোহিতৰ, আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীৰ ওৰিলৈ, সেই বন্দী কৰি নিয়া লোকবোৰ, যুদ্ধত ধৰা পশুবোৰ, আৰু লুটি লোৱা সম্পত্তিবোৰ অনা হল।

[১৩] তাতে মোচি আৰু ইলিয়াজৰ পুৰোহিত আৰু মণ্ডলীৰ আটাই অধ্যক্ষবিলাকে সিবিলাকক সাক্ষাৎ কৰিবলৈ ছাউনিৰ বাহিৰলৈ গল। [১৪] তেতিয়া যুদ্ধৰ পৰা উভতি অহা সহস্ৰপতি আৰু শতপতি এই সেনাপতিবিলাকক মোচিয়ে খং কৰি কলে, [১৫] তোমালোকে আটাই তিৰুতা মানুহবিলাকক জীয়াই ৰাখিছা নে কি? [১৬] দেখা, বিলিয়মৰ আলচত সিহঁতেই পিয়োৰ দেৱতাৰ কথাত ইস্ৰায়েলৰ সন্তানবিলাকক যিহোৱাৰ বিৰুদ্ধে সত্যলঙ্ঘন কৰাইছিল; সেই কাৰণেই যিহোৱাৰ মণ্ডলীত মহামাৰী হৈ আছিল। [১৭] এই হেতুকে তোমালোকে এতিয়া লৰা-ছোৱালী-বিলাকৰ মাজৰ আটাই লৰাবোৰক বধ কৰা, আৰু পুৰুষে সৈতে শয়ন কৰি পুৰুষক জনা সকলো তিৰুতা মানুহক বধ কৰা। [১৮] কিন্তু ছোৱালিবিলাকৰ মাজৰ যিবোৰে পুৰুষে সৈতে শয়ন কৰি পুৰুষক জনা নাই, সিহঁতক তোমালোকে আপোনাবিলাকৰ নিমিত্তে জীয়াই ৰাখা। [১৯] আৰু তোমালোকে সাত দিনলৈকে ছাউনিৰ বাহিৰত ছাউনি পাতি থাকা; তোমালোক যিমান লোকে মানুহ বধ কৰিছা, হত লোককো চুইছা, সেই সকলোৱে, আপোনাবিলাকক আৰু তোমালোকৰ বন্দী কৰি অনা লোকবিলাকক তৃতীয় দিনা আৰু সপ্তম দিনা শুচি কৰা। [২০] আৰু সকলো কাপৰ, আৰু চালেৰে সজা ও ছাগৰ নোমেৰে যুগুত কৰা, আৰু কাঠেৰে সজা আটাই বস্তুৰ বিষয়ে আপোনাবিলাকক শুচি কৰা। [২১] পাছে ইলিয়াজৰ পুৰোহিতে ৰণলৈ যোৱা যুদ্ধাৰুবিলাকক কলে, যিহোৱাই মোচিক দিয়া ব্যৱস্থাৰ ইও এটা বিধি; [২২] কেৱল সোণ, ৰূপ, পিত্তল, লোহা, বগিতাম, আৰু সীহ আদি যিবোৰ বস্তু জুইত টিকে, [২৩] সেই সকলোকে জুইৰ মাজেদি নিবা, তাতে সি শুচি হব; তথাপি তাক অশুচিতানাশক জলৰ দ্বাৰায় শুচি কৰিব লাগিব; কিন্তু যি যি বস্তু জুইত নিটিকে, তাক তোমালোকে পানীৰ মাজেদি নিবা। [২৪] আৰু সপ্তম দিনা তোমালোকে আপোন আপোন কাপৰ ধুবা; তাতে শুচি হবা; পাছে ছাউনিত সোমাব পাৰিবা।

[২৫] পাছে যিহোৱাই মোচিক কলে, [২৬] তুমি, ইলিয়াজৰ পুৰোহিত, আৰু মণ্ডলীৰ পিতৃ-বংশৰ মুখ্যবিলাকে মানুহ কি পশু যুদ্ধত ধৰা আটাই প্ৰাণীৰ লেখ লোৱা; [২৭] আৰু যুদ্ধত ধৰা সেই প্ৰাণীবিলাকক দুভাগ কৰি, ৰণলৈ যোৱা যুদ্ধাৰু-বিলাকৰ আৰু গোটেই মণ্ডলীৰ মাজত ভাগ কৰি দিয়া; [২৮] আৰু যুদ্ধলৈ যোৱা যুদ্ধাৰুবিলাকৰ পৰা মানুহ, গৰু, গাধ, আৰু মেৰৰ কি ছাগৰ পাঁচ শ পাঁচ শ প্ৰাণীৰ মাজৰ এটা এটা প্ৰাণী যিহোৱাৰ নিমিত্তে কৰ লোৱা; [২৯] সিবিলাকৰ আধা ভাগৰ পৰা তাক লৈ, যিহোৱাৰ উত্তোলনীয় উপহাৰস্বৰূপে ইলিয়াজৰ পুৰোহিতক দিয়া। [৩০] আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ আধা ভাগৰ পৰা, মানুহ, গৰু, গাধ, আৰু মেৰ জাক আদি আটাই প্ৰাণীৰেই পঞ্চাশটা পঞ্চাশটাৰ মাজৰ এটা এটা লৈ যিহোৱাৰ আবাসৰ ৰখীয়া লেবীয়া-বিলাকক দিয়া। [৩১] তাতে, মোচিক দিয়া যিহোৱাৰ আজ্ঞা অনুসাৰে মোচি আৰু ইলিয়াজৰ পুৰোহিতে সেই কাৰ্য্য কৰিলে। [৩২] ৰণুৱা-বিলাকে লুটি অনা সম্পত্তিৰ বাহিৰে ধৰি অনা প্ৰাণী এইবিলাক; [৩৩] ছয় লাখ পঁয়সত্তৰ হাজাৰ মেৰ আৰু ছাগ, বাসত্তৰ হাজাৰ গৰু, [৩৪] এষষ্ঠি হাজাৰ গাধ, [৩৫] আৰু পুৰুষে সৈতে শয়ন কৰি পুৰুষক নজনা ছোৱালী সৰ্ব্বমোট বত্ৰিশ হাজাৰ। [৩৬] তাতে যুদ্ধলৈ যোৱা সৈন্যবিলাকৰ আধা ভাগ প্ৰাণীৰ সংখ্যা তিনি লাখ সাতত্ৰিশ হাজাৰ পাঁচ শ মেৰ আৰু ছাগ; [৩৭] সেই মেৰ আৰু ছাগৰ পৰা লোৱা যিহোৱাৰ কৰ ছশ পঁয়সত্তৰটা। [৩৮] গৰু ছয়ত্ৰিশ হাজাৰ; সেই-বোৰৰ মাজৰ পৰা লোৱা যিহোৱাৰ কৰ বা-সত্তৰটা। [৩৯] গাধ ত্ৰিশ হাজাৰ পাঁচ শ; সেই-বোৰৰ মাজৰ পৰা লোৱা যিহোৱাৰ কৰ এষষ্টিটা। [৪০] আৰু মানুহ যোল [illegible]; সিহঁতৰ পৰা লোৱা যিহোৱাৰ কৰ বত্ৰিশটা মানুহ। [৪১] তাতে, মোচিক দিয়া যিহোৱাৰ আজ্ঞা অনু-সাৰে, সেই কৰ ভেঁও যিহোৱাৰ উত্তোলনীয় উপহাৰস্বৰূপে ইলিয়াজৰ পুৰোহিতক দিলে। [৪২] আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ যি আধা

ভাগ, যুদ্ধাৰুবিলাকৰ ভাগৰ পৰা মোচিয়ে পৃথকে ৰাখিলে, [43] (মণ্ডলীৰ সেই আধা ভাগৰ সংখ্যা তিনি লাখ সাতত্ৰিশ হাজাৰ পাঁচ শ মেৰ আৰু ছাগ, [44] ছয়ত্ৰিশ হাজাৰ গৰু, [45] ত্ৰিশ হাজাৰ পাঁচ শ গাধ, [46] আৰু যোল হাজাৰ মানুহ আছিল ; ) [47] ইস্ৰায়েলৰ সন্তানবিলাকৰ সেই আধা ভাগৰ পৰা মানুহ আৰু পশুৰ পঞ্চাশটা পঞ্চাশটাৰ মাজৰ এটা এটা লৈ, মোচিক দিয়া যিহোৱাৰ আজ্ঞা অনুসাৰে তেওঁ যিহোৱাৰ আবাসৰ ৰখীয়া লেবীয়াবিলাকক দিলে। [48] পাছে সহস্ৰপতি আৰু শতপতি, সৈন্যসমূহৰ হাজাৰ হাজাৰৰ ওপৰত থকা এই সেনাপতিবিলাকে মোচিৰ গুৰিলৈ আহি তেওঁক কলে, [49] আপোনাৰ এই দাসবিলাকে নিজৰ নিজৰ অধীনে থকা যুদ্ধাৰুবিলাকৰ লেখ লৈছোঁ; আমাৰ মাজৰ এজনো কম হোৱা নাই। [50] এই হেতুকে আমি প্ৰতিজনে যি সোণৰ অলঙ্কাৰ, অৰ্থাৎ নেপুৰ, খাৰু, আঙঠি, কুণ্ডল, হাৰ এইবোৰ পাইছোঁ, তাক আমি যিহোৱাৰ আগলৈ, আপোনাবিলাকৰ প্ৰাণ প্ৰায়শ্চিত্ত কৰিবলৈ যিহোৱাৰ উপহাৰস্বৰূপে আনিলোঁ। [51] তেতিয়া মোচি আৰু ইলিয়াজৰ পুৰোহিতে সিবিলাকৰ পৰা সেই সোণ, অৰ্থাৎ শিল্পকাৰে বনোৱা আটাই অলঙ্কাৰ ললে। [52] সহস্ৰপতি আৰু শতপতিবিলাকে যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰা উত্তোলনীয় উপহাৰৰ সেই সোণ যোল হাজাৰ সাত শ পঞ্চাশ চেকল আছিল ; [53] (কিয়নো যুদ্ধাৰুবিলাকৰ প্ৰতিজনে আপোনাৰ নিমিত্তে লুটদ্ৰব্য আনিছিল।) [54] পাছে মোচি আৰু ইলিয়াজৰ পুৰোহিতে সহস্ৰপতি আৰু শতপতি এই এই সেনাপতিবিলাকৰ পৰা সেই সোণ লৈ, যিহোৱাৰ আগত ইস্ৰায়েলৰ সন্তানবিলাকৰ স্মৰণাৰ্থক চিন হবলৈ, তাক সাক্ষাৎ কৰা তাম্বুত ৰাখিলে।

যৰ্দ্দনৰ সিপাৰৰ দেশ ভাগ বাঁটি দিয়া।

**৩২** ৰুবেণৰ সন্তানবিলাকৰ আৰু গাদৰ সন্তানবিলাকৰ অতিশয় অধিক পশুৰ জাক আছিল ; এই কাৰণে সিবিলাকে যাজেৰ আৰু গিলিয়দ দেশ চাই বুজিলে, যে, এয়ে পশুবোৰৰ ঠাই। [2] পাছে গাদৰ আৰু ৰুবেণৰ সন্তানবিলাকে আহি মোচিক, ইলিয়াজৰ পুৰোহিতক, আৰু মণ্ডলীৰ অধ্যক্ষবিলাকক কলে, [3] অটাৰোৎ, দীবোন, যাজেৰ, নিম্ৰা, হিচ্‌বোন, ইলিয়ালি, চিবাম্‌, নবো, আৰু বিয়োন, [4] এই যি যি দেশ যিহোৱাই ইস্ৰায়েলৰ মণ্ডলীৰ আগত পৰাজয় কৰিলে, এয়ে পশুবোৰৰ যোগ্য দেশ, আৰু আপোনাৰ এই বন্দীইঁতৰ পশুৰ জাক আছে। [5] সিবিলাকে আৰু কলে, আমি যদি আপোনাৰ দৃষ্টিত অনুগ্ৰহ পাইছোঁ, তেন্তে আধিপত্যৰ অৰ্থে আপোনাৰ এই বন্দীবিলাকক এই দেশ দিওক, আমাক যৰ্দ্দন পাৰ কৰি নিনিব। [6] তাতে মোচিয়ে গাদৰ আৰু ৰুবেণৰ সন্তানবিলাকক কলে, তোমালোকৰ ভাইবিলাকে যুদ্ধ কৰিবলৈ যাব, পাছে তোমালোকে এই ঠাইত বহি থাকিবা নে কি? [7] যিহোৱাই ইস্ৰায়েলৰ সন্তানবিলাকক দিয়া দেশলৈ সিবিলাকে পাৰ হৈ নেযাবলৈ সিবিলাকৰ মন কেলেই নিৰুৎসাহ কৰিছা? [8] যি কালত ময় তোমালোকৰ পিতৃবিলাকক দেশ চাবৰ নিমিত্তে কাদেচ-বৰ্ণেয়াৰ পৰা পঠাইছিলোঁ, সেই কালত সিবিলাকেও সেই দৰে কৰিছিল। [9] কিয়নো সিবিলাকে ইষ্কোল উপত্যকালৈকে গৈ দেশ চাই, যিহোৱাই দিয়া সেই দেশত নোসোমাবলৈ ইস্ৰায়েলৰ সন্তানবিলাকৰ মন নিৰুৎসাহ কৰিছিল। [10] এই নিমিত্তে সেই দিনা যিহোৱাৰ ক্ৰোধ জ্বলি উঠিলত, তেওঁ শপথ কৰি এই কথা কৈছিল, [11] ময় অব্ৰাহাম, ইচ্‌হাক, আৰু যাকোবক যি দেশ দিম বুলি শপথ কৰিছিলোঁ, মিচৰৰ পৰা অহা লোকবিলাকৰ মাজত বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া কোনোৱে সেই দেশ দেখিবলৈ নেপাব ; কিয়নো সিবিলাকে মোৰ পথত সম্পূৰ্ণৰূপে নচলিলে ; [12] কেৱল কনিজ্জীয়া যিফুন্নিৰ পুত্ৰ কালেব, আৰু নূনৰ পুত্ৰ যিহোচূৱাই তাক দেখিব, কাৰণ তেওঁবিলাকে যিহোৱাৰ পথত সম্পূৰ্ণৰূপে চলিলে। [13] এই ৰূপে ইস্ৰায়েললৈ যিহোৱাৰ ক্ৰোধ জ্বলি উঠাত, যিহোৱাৰ দৃষ্টিত কুকৰ্ম্ম কৰা আটাই বংশৰ শেষ নোহোৱালৈকে, তেওঁ চল্লিশ বছৰ সিবিলাকক অৰণ্যত ভ্ৰমণ কৰালে। [14] এতিয়া দেখা, ইস্ৰায়েলৰ বিৰুদ্ধে যিহোৱাৰ প্ৰচণ্ড ক্ৰোধ আৰু বঢ়াবলৈ, পাপী লোকবিলাকৰ সন্তান যি তোমালোক, তোমা-

লোকে আপোনাবিলাকর পিতৃবিলাকর ঠাইত উঠিছা। ১৫ কিয়নো, যদি তোমালোকে এই রূপে তেওঁর পাছর পরা বিমুখ হোৱা, তেনে হলে, তেওঁ পুনরায় ইস্রায়েলক অরণ্যত ত্যাগ করিব; তাতে তোমালোকে এই সকলো লোকক বিনষ্ট করাবা। ১৬ পাছে সিবিলাকে তেওঁর ওচরলৈ আহি কলে, আমি এই ঠাইত আপোন পশুবোরর নিমিত্তে গঁৱাল সাজিম, আরু লরা-তিরুতাবিলাকর নিমিত্তে নগর নির্ম্মাণ করিম; ১৭ আরু আমি ইস্রায়েলর সন্তানবিলাকক নিজ ঠাইলৈ নিনিওঁমানে আমি নিজে রণলৈ সাজু হৈ, সিবিলাকর আগে আগে গৈ থাকিম: কেবল আমার লরা-তিরুতাবিলাক দেশ-নিবাসীবিলাকর ভয়ত গড়েরে আবৃত নগরত বাস করিব। ১৮ ইস্রায়েলর সন্তানবিলাকর প্রতিজনে আপোন আপোন আধিপত্য অধিকার নকরেমানে আমি আপোন আপোন ঘরলৈ উলটি নাহিম। ১৯ কিয়নো আমি যর্দ্দনর সিপারে আরু তার আগত সিবিলাকে সৈতে আধিপত্য নলওঁ; কারণ পূবদিশে যর্দ্দনর এই পারে আমি আধিপত্য পালোঁ। ২০ পাছে মোচিয়ে সিবিলাকক কলে, যদি তোমালোকে এই কার্য্য করা, যদি তোমালোকে সুসজ্জিত হৈ যিহোৱার সাক্ষাতে যুদ্ধলৈ যোৱা, ২১ আরু তেওঁ আপোন শত্রুবোরক আপোনার আগর পরা দূর নকরেমানে, আরু তেওঁর আগত দেশ বশীভূত নহয়মানে, রণলৈ সাজু হোৱা তোমালোক সকলোৱে যদি যিহোৱার সাক্ষাতে যর্দ্দন পার হৈ গৈ থাকা, ২২ তেন্তে পাছত তোমালোক উলটি আহিলে, যিহোৱার দৃষ্টিত আরু ইস্রায়েলর দৃষ্টিত নির্দ্দোষী হবা, আরু যিহোৱার সাক্ষাতে এই দেশ তোমালোকর আধিপত্য হব; ২৩ কিন্তু যদি সেই রূপে নকরা, তেন্তে দেখা, তোমালোকে যিহোৱার অহিতে পাপ করিলা, আরু তোমালোকর পাপে তোমালোকক ধরিব, ইয়াক নিশ্চয় জানিবা। ২৪ তোমালোকে আপোন আপোন লরা-তিরুতাবিলাকর নিমিত্তে নগর, মের আরু ছাগর জাকর নিমিত্তে গঁৱাল সাজা, আরু আপোনাবিলাকর মুখর পরা ওলোৱা বাক্যর দরেই কার্য্য করা। ২৫ তেতিয়া গাদর আরু রূবেণর সন্তানবিলাকে মোচিক কলে, আমার প্রভুৱে যি আজ্ঞা করিলে, আপোনার এই বন্দীইতে তাকেই করিম। ২৬ আমার লরা-ছোৱালী ও তিরুতাবিলাক, আরু মের, ছাগ, গরু আদি আটাই পশুর জাক এই ঠাইর গিলিয়দর নগরবোরত থাকিব; ২৭ কিন্তু আমার প্রভুর কথার দরে, আপোনার এই বন্দীবিলাকর সকলোৱে সাজু হৈ যুদ্ধ করিবর নিমিত্তে যিহোৱার সাক্ষাতে পার হৈ যাব।

২৮ তেতিয়া মোচিয়ে সিবিলাকর বিষয়ে ইলিয়াজর পুরোহিতক, নূনর পুত্র যিহোচূৱাক, আরু ইস্রায়েলর সন্তানবিলাকর সকলো ফৈদর পিতৃ-বংশর মূল মানুহক আজ্ঞা করি কলে, ২৯ গাদর আরু রূবেণর সন্তানবিলাকর প্রতিজনে যুদ্ধলৈ সুসজ্জিত হৈ, যিহোৱার সাক্ষাতে তোমালোকর লগত যদি যর্দ্দন পার হৈ যায়, তেন্তে, দেশ তোমালোকর আগত বশীভূত হলে, তোমালোকে অধিকার করিবর অর্থে সিবিলাকক এই গিলিয়দ দেশ দিবা; ৩০ কিন্তু যদি সিবিলাক সুসজ্জিত হৈ তোমালোকর লগত পার নহয়, তেন্তে সিবিলাকে তোমালোকর মাজত কনান দেশত আধিপত্য পাব। ৩১ তেতিয়া গাদর আরু রূবেণর সন্তানবিলাকে উত্তর দি কলে, যিহোৱাই আপোনার এই বন্দীবিলাকক যি আজ্ঞা করিছে, তাকেই আমি করিম। ৩২ আমি সুসজ্জিত হৈ, যিহোৱার সাক্ষাতে পার হৈ কনান দেশত সোমাম, আরু যর্দ্দনর ইপারত আমার আধিপত্যত আমার স্বত্ব থাকিব। ৩৩ পাছে মোচিয়ে সিবিলাকক, গাদর আরু রূবেণর সন্তানবিলাকক, আরু যোচেফর পুত্র মনচির আধা ফৈদক ইমোরীয়াবিলাকর রজা চীহোনর রাজ্য আরু বাচানর রজা ওগর রাজ্য, নিজ নিজ অঞ্চলে সৈতে নগর থকা দেশ, এই রূপে চারিওফালে থকা দেশর আটাই নগর দিলে। ৩৪ তাতে গাদর সন্তানবিলাকে দীবোন, অটারোৎ, অরোয়ের, ৩৫ অট্রোৎ-চোফন, যাজের, যগ্‌বেহা, বৈৎ-নিম্রা, ৩৬ আরু বৈৎ-হারণ, গড়েরে আবৃত এই এই নগর পুনরায় নির্ম্মাণ করিলে, আরু মেরর গঁৱাল সাজিলে। ৩৭ আরু রূবেণর সন্তানবিলাকে হিচ্‌বোন, ৩৮ ইলিয়ালি, কিরিয়াথয়িম, নবো, আরু বাল-মিয়োন নাম সলনি করি পুনরায় নির্ম্মাণ করিলে, আরু চিব্‌মাও নির্ম্মাণ করিলে; সিবিলাকে পুনরায় নির্ম্মাণ করা নগরর নাম

নতুনকৈ দিলে। ৩৯ আৰু মনচিৰ পুত্ৰ মাখীৰৰ সন্তানবিলাকে গিলিয়দলৈ গৈ, তাক হাত কৰি লৈ, তাত থকা ইমোৰীয়াবিলাকক দূৰ কৰিলে। ৪০ আৰু মোচিয়ে মনচিৰ পুত্ৰ মাখীৰক গিলিয়দ দেশ দিলে; সি তাৰ মাজত বাস কৰিলে। ৪১ আৰু মনচিৰ সন্তান যায়ীৰে গৈ, সিহঁতৰ গাঁও-বোৰ হাত কৰি লৈ, সেইবোৰৰ নাম হৱোৎ-যায়ীৰ [অৰ্থাৎ যায়ীৰৰ গাঁও] ৰাখিলে। ৪২ আৰু নোবহে গৈ, কনাৎ নগৰ আৰু তাৰ গাঁওবোৰ হাত কৰি লৈ, আপোনাৰ নামৰ দৰেই তাৰো নাম নোবহ দিলে।

ইস্ৰায়েলৰ সন্তানবিলাকে বাটে বাটে থাকি ৰাওনা হোৱা ঠাইবোৰৰ তালিকা।

৩৩ ইস্ৰায়েলৰ সন্তানবিলাকে মোচি আৰু হাৰোণৰ অধীনে আপোন সৈন্যদল অনুসাৰে মিচৰ দেশৰ পৰা ওলাই আহোঁতে, সিবিলাকে যি যি যাত্ৰা কৰিছিল, সেই সকলো যাত্ৰাৰ বিবৰণ এই। ২ মোচিয়ে যিহোৱাৰ আজ্ঞামতেই সিবিলাকৰ সকলো যাত্ৰা অনুসাৰে সিবিলাকে থাকি ৰাওনা হোৱা ঠাইৰ তালিকা লিখিলে; সিবিলাকে থাকি ৰাওনা হোৱা ঠাই অনুসাৰে সিবিলাকৰ এই এই যাত্ৰা। ৩ প্ৰথম মাহত, প্ৰথম মাহৰ পঞ্চদশ দিনা ইস্ৰায়েলৰ সন্তান-বিলাকে ৰামিচেচৰ পৰা যাত্ৰা কৰি, নিস্তাৰ-পৰ্ব্বৰ পাছদিনা আটাই মিচৰীয়া লোকৰ সাক্ষাতে যিহোৱাৰ পৰাক্ৰমী বাহুৰে ওলাই গল। ৪ তেতিয়া মিচৰীয়াহঁতে, যিহোৱাই সিহঁতৰ মাজত বধ কৰা সিহঁতৰ প্ৰথমে ওপজাবোৰৰ মৰা শব পুতি আছিল, আৰু যিহোৱাই সিহঁতৰ দেৱতা-বোৰকো দণ্ড দিছিল। ৫ ৰামিচেচৰ পৰা যাত্ৰা কৰি, ইস্ৰায়েলৰ সন্তানবিলাকে চুক্কোতত ছাউনি পাতিলে। ৬ আৰু চুক্কোতৰ পৰা যাত্ৰা কৰি, অৰণ্যৰ দাঁতিত থকা এথমত ছাউনি পাতিলে। ৭ আৰু এথমৰ পৰা যাত্ৰা কৰি, বাল্-চফোনৰ আগত থকা পী-হহীৰোতলৈ ঘূৰি আহি মিগ্-দোলৰ সম্মুখত ছাউনি পাতিলে। ৮ পাছে হহীৰোতৰ সম্মুখৰ পৰা যাত্ৰা কৰি, সমুদ্ৰৰ মাজেদি গৈ অৰণ্যত সোমাল, আৰু এথম অৰণ্যত তিনি দিনৰ বাট যাত্ৰা কৰি, মাৰাত ছাউনি পাতিলে। ৯ আৰু মাৰাৰ পৰা যাত্ৰা কৰি, এলীম পালে; এলীমত বাৰটা জলৰ ভুমুক, আৰু ষাইঠ জোপা খাজুৰ গছ আছিল; আৰু সিবিলাকে সেই ঠাইত ছাউনি পাতিলে। ১০ পাছে এলীমৰ পৰা যাত্ৰা কৰি, চূফ সাগৰৰ ওচৰত ছাউনি পাতিলে। ১১ আৰু চূফ সাগৰৰ পৰা যাত্ৰা কৰি ছিন অৰণ্যত ছাউনি পাতিলে। ১২ পাছে ছিন অৰণ্যৰ পৰা যাত্ৰা কৰি, দফ্কাত ছাউনি পাতিলে। ১৩ আৰু দফ্কাৰ পৰা যাত্ৰা কৰি, আলূচত ছাউনি পাতিলে। ১৪ আৰু আলূচৰ পৰা যাত্ৰা কৰি, ৰফীদীমত ছাউনি পাতিলে; সেই ঠাইত লোকবিলাকে খাবলৈ পানী নাছিল। ১৫ পাছে সিবিলাকে ৰফীদীমৰ পৰা যাত্ৰা কৰি, চীনয় অৰণ্যত ছাউনি পাতিলে। ১৬ আৰু চীনয় অৰণ্যৰ পৰা যাত্ৰা কৰি, কিব্ৰোৎ-হত্তাবাত ছাউনি পাতিলে। ১৭ আৰু কিব্ৰোৎ-হত্তাবাৰ পৰা যাত্ৰা কৰি, হচেৰোতত ছাউনি পাতিলে। ১৮ আৰু হচেৰোতৰ পৰা যাত্ৰা কৰি, ৰিৎমাত ছাউনি পাতিলে। ১৯ আৰু ৰিৎমাৰ পৰা যাত্ৰা কৰি, ৰিম্মোন-পেৰচত ছাউনি পাতিলে। ২০ আৰু ৰিম্মোন-পেৰচৰ পৰা যাত্ৰা কৰি, লিব্নাত ছাউনি পাতিলে। ২১ আৰু লিব্নাৰ পৰা যাত্ৰা কৰি, ৰিচ্ছাত ছাউনি পাতিলে। ২২ আৰু ৰিচ্ছাৰ পৰা যাত্ৰা কৰি, কহেলাথাত ছাউনি পাতিলে। ২৩ আৰু কহে-লাথাৰ পৰা যাত্ৰা কৰি, চেফৰ পৰ্ব্বতত ছাউনি পাতিলে। ২৪ পাছে সিবিলাকে চেফৰ পৰ্ব্বতৰ পৰা যাত্ৰা কৰি, হৰাদাত ছাউনি পাতিলে। ২৫ আৰু হৰাদাৰ পৰা যাত্ৰা কৰি, মখেলোতত ছাউনি পাতিলে। ২৬ আৰু মখেলোতৰ পৰা যাত্ৰা কৰি, তহতত ছাউনি পাতিলে। ২৭ আৰু তহতৰ পৰা যাত্ৰা কৰি, তেৰহত ছাউনি পাতিলে। ২৮ আৰু তেৰহৰ পৰা যাত্ৰা কৰি, মিৎকাত ছাউনি পাতিলে। ২৯ আৰু মিৎকাৰ পৰা যাত্ৰা কৰি, হচ্মোনাত ছাউনি পাতিলে। ৩০ আৰু হচ্-মোনাৰ পৰা যাত্ৰা কৰি, মোচেৰোতত ছাউনি পাতিলে। ৩১ আৰু মোচেৰোতৰ পৰা যাত্ৰা কৰি, বনেই-যাকনত ছাউনি পাতিলে। ৩২ আৰু বনেই-যাকনৰ পৰা যাত্ৰা কৰি, হোৰ-হগিদ্গদত ছাউনি পাতিলে। ৩৩ আৰু হোৰ-হগিদ্গদৰ পৰা যাত্ৰা কৰি যট্বাথাত ছাউনি পাতিলে। ৩৪ আৰু যট্বাথাৰ পৰা যাত্ৰা কৰি, অব্ৰোণাত

ছাউনি পাতিলে। [৩৫] আৰু অব্ৰোণাৰ পৰা যাত্ৰা কৰি, ইচিয়োন-গেবৰত ছাউনি পাতিলে। [৩৬] আৰু ইচিয়োন-গেবৰৰ পৰা যাত্ৰা কৰি, ছিন অৰণ্যত থকা কাদেচত ছাউনি পাতিলে। [৩৭] আৰু কাদেচৰ পৰা যাত্ৰা কৰি, ইদোম দেশৰ কোষত থকা হোৰ পৰ্ব্বতত ছাউনি পাতিলে। [৩৮] এই সময়ত হাৰোণ পুৰোহিত যিহোৱাৰ আজ্ঞা অনুসাৰে হোৰ পৰ্ব্বতত উঠি, মিচৰৰ পৰা ইস্ৰায়েলৰ সন্তানবিলাক ওলাই অহাৰ চল্লিশ বছৰৰ পঞ্চম মাহৰ প্ৰথম দিনা সেই ঠাইতে মৰিল। [৩৯] হোৰ পৰ্ব্বতত হাৰোণ মৰা কালত, তেওঁৰ এশ তেইশ বছৰ বয়স হৈছিল। [৪০] আৰু কনানৰ দক্ষিণ অঞ্চলত থকা অৰাদৰ কনানীয়া ৰজাই ইস্ৰায়েলৰ সন্তানবিলাক অহা সম্বাদ পালে। [৪১] পাছে সিবিলাকে হোৰ পৰ্ব্বতৰ পৰা যাত্ৰা কৰি, চল্‌মোনাত ছাউনি পাতিলে। [৪২] আৰু চল্‌মোনাৰ পৰা যাত্ৰা কৰি, পুনোনত ছাউনি পাতিলে। [৪৩] আৰু পুনোনৰ পৰা যাত্ৰা কৰি, ওবোতত ছাউনি পাতিলে। [৪৪] আৰু ওবোতৰ পৰা যাত্ৰা কৰি, মোৱাবৰ সীমাৰ ওচৰত থকা ইয়ে-অবাৰীমত ছাউনি পাতিলে। [৪৫] আৰু ইয়ীমৰ পৰা যাত্ৰা কৰি, দীবোন-গাদত ছাউনি পাতিলে। [৪৬] আৰু দীবোন-গাদৰ পৰা যাত্ৰা কৰি, অল্‌মোন-দিব্লাথয়িমত ছাউনি পাতিলে। [৪৭] আৰু অল্‌মোন-দিব্লাথয়িমৰ পৰা যাত্ৰা কৰি, নবোৰ সম্মুখত থকা অবাৰীম পৰ্ব্বতৰ মাজত ছাউনি পাতিলে। [৪৮] আৰু অবাৰীম পৰ্ব্বতবোৰৰ পৰা যাত্ৰা কৰি, যিৰীহোৰ সম্মুখত থকা যৰ্দ্দনৰ ওচৰত মোৱাবৰ সমথলত ছাউনি পাতিলে। [৪৯] আৰু সিবিলাকে যৰ্দ্দনৰ ওচৰত, বৈৎ-যিচীমোতৰ পৰা আবেল-চিটীমলৈকে মোৱাবৰ সমথলত ছাউনি পাতিলে।

[৫০] তেতিয়া যিৰীহোৰ সম্মুখত যৰ্দ্দনৰ ওচৰত মোৱাবৰ সমথলত যিহোৱাই মোচিক কলে, [৫১] তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, সিবিলাকক এই আজ্ঞা দিয়া, তোমালোকে যেতিয়া যৰ্দ্দন পাৰ হৈ কনান দেশত সোমাবা, [৫২] তেতিয়া আপোনাবিলাকৰ আগৰ পৰা সেই দেশ-নিবাসী সকলো লোকক দূৰ কৰিবা, আৰু সিহঁতৰ সকলো মুৰুচা কটা শিলবোৰ, আৰু আটাই সাঁচত ঢলা প্ৰতিমাবোৰ নষ্ট কৰিবা, আৰু সিহঁতৰ ওখ ঠাইবোৰ উচ্ছন্ন কৰিবা। [৫৩] আৰু তোমালোকে সেই দেশ অধিকাৰ কৰি, তাৰ মাজত বাস কৰিবা; কিয়নো মই আধিপত্যৰ অৰ্থে সেই দেশ তোমালোকক দিলোঁ। [৫৪] আৰু তোমালোকে চিঠিখেলেৰে আপোন আপোন গোষ্ঠী অনুসাৰে দেশ অধিকাৰ কৰি লবা; অধিকক অধিক আধিপত্য, আৰু কমক কম আধিপত্য দিবা; আৰু যাৰ ভাগ যি ঠাইত পড়ে, তাৰ ভাগ সেই ঠাইতে হব; তোমালোকে আপোন আপোন পিতৃ-ফৈদ অনুসাৰে তাক অধিকাৰ কৰি লবা। [৫৫] কিন্তু যদি তোমালোকে আপোনাবিলাকৰ আগৰ পৰা সেই দেশ-নিবাসীবোৰক দূৰ নকৰা, তেন্তে, তোমালোকে যিবিলাকক অৱশিষ্ট ৰাখিবা, সিহঁতেই তোমালোকৰ চকুত কাঁইট, আৰু তোমালোকৰ গাৰ কোষত হুলস্বৰূপ হব, আৰু তোমালোকে নিবাস কৰা সেই দেশত সিহঁতে তোমালোকক ক্লেশ দিব। [৫৬] আৰু মই সিহঁতলৈ যি কৰিবৰ মন কৰিছোঁ, তাক তোমালোকলৈ কৰিম।

কনান দেশৰ সীমা, আৰু দেশ ভাগ কৰি দিয়া লোকৰ তালিকা।

**৩৪** পাছে যিহোৱাই মোচিক কলে, [২] তুমি ইস্ৰায়েলৰ সন্তানবিলাকক এই আজ্ঞা কৰা, সিবিলাকক এই কথা কোৱা, যেতিয়া তোমালোক কনান দেশত সোমাবা, ( তোমালোকে অধিকাৰৰ অৰ্থে পাব লগা দেশ এই, চাৰি সীমা অনুসাৰে এয়ে কনান দেশ, ) [৩] তেতিয়া ইদোমৰ কোষত থকা ছিন অৰণ্যৰ পৰা তোমালোকৰ দক্ষিণ অঞ্চল হব; তোমালোকৰ দক্ষিণ সীমা লবণ-সমুদ্ৰৰ অন্তৰ পৰা পুবফালে হব। [৪] আৰু তোমালোকৰ সীমা পৰ্ব্বত পাৰ হৈ যোৱা অক্ৰব্বীম নামেৰে ঠাইৰ দক্ষিণে ঘূৰি ছিনলৈকে যাব, আৰু কাদেচ-বৰ্ণেয়াৰ দক্ষিণফালে ওলাব, আৰু হচৰ-অদ্দৰ ওলাই অচ্‌মোনলৈকে যাব। [৫] পাছে এই সীমা অচ্‌মোনৰ পৰা মিচৰ জুৰীলৈ ঘূৰি আহিব, আৰু সমুদ্ৰত এই সীমাৰ শেষ হব। [৬] আৰু তোমালোকৰ পশ্চিম সীমা হলে, মহাসাগৰ আৰু তাৰ অঞ্চল; এয়ে তোমালোকৰ পশ্চিম সীমা হব। [৭] আৰু তোমালোকৰ উত্তৰ সীমা এই; তোমালোকে মহাসাগৰৰ পৰা হোৰ

পৰ্ব্বত লক্ষ্য কৰিবা। [৮]পাছে হোৰ পৰ্ব্বতৰ পৰা হমাতৰ প্ৰবেশস্থানলৈকে ঠিক কৰিবা, আৰু তাৰ পৰা সেই সীমা ওলাই চদাদ পাব। [৯]আৰু সেই সীমা বাহিৰ হৈ জিফ্ৰোণলৈ যাব, আৰু হচৰ-ঐননত তাৰ শেষ হব। সেয়ে তোমালোকৰ উত্তৰ সীমা হব। [১০]আৰু তোমালোকে হচৰ-ঐননৰ পৰা চফামলৈকে তোমালোকৰ পূব সীমা ঠিক কৰিবা। [১১]পাছে সেই সীমা চফামৰ পৰা ঐনৰ পূবফাল হৈ ৰিব্লালৈ নামি যাব; সেয়ে আৰু নামি কিন্নেৰৎ সাগৰৰ পূব চুকত লাগিব। [১২]পাছে সেই সীমা যৰ্দ্দনলৈ নামি লবণ-সমুদ্ৰত তাৰ শেষ হব। সেই চাৰিফালৰ সীমা অনুসাৰেই সেয়ে তোমালোকৰ দেশ হব। [১৩]পুনৰায় মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকক এই আজ্ঞা কৰিলে, যি দেশ তোমালোকে চিঠিখেলেৰে অধিকাৰ কৰিবা, যি দেশ যিহোৱাই ন ফৈদ আধা ফৈদক দিবলৈ আজ্ঞা কৰিছে, সেয়ে এই দেশ। [১৪]কিয়নো আপোন আপোন পিতৃ-বংশ অনুসাৰে ৰূবেণৰ সন্তানবিলাকৰ ফৈদ, আৰু আপোন আপোন পিতৃ-বংশ অনুসাৰে গাদৰ সন্তানবিলাকৰ ফৈদ, আৰু মনচিৰ আধা ফৈদে আপোন আপোন আধিপত্য ললে। [১৫]যিৰীহোৰ সন্মুখত যৰ্দ্দনৰ পূব পাৰত সূৰ্য্য ওলোৱা ফালে সেই আঢ়ৈ ফৈদে আপোন আপোন আধিপত্য ললে।

[১৬]পাছে যিহোৱাই মোচিক কলে, [১৭]যিবিলাকে দেশ ভাগ কৰি তোমালোকক দিব, সিবিলাকৰ নাম এই, ইলিয়াজৰ পুৰোহিত আৰু নূনৰ পুত্ৰ যিহোচূৱা। [১৮]আৰু আধিপত্যৰ অৰ্থে দেশ ভাগ কৰিবলৈ প্ৰত্যেক ফৈদৰ এজন এজন অধ্যক্ষ লবা। [১৯]সেই লোকবিলাকৰ নাম এই; যিহূদা ফৈদৰ যিফুন্নিৰ পুত্ৰ কালেব; [২০]আৰু চিমিয়োনৰ সন্তানবিলাকৰ ফৈদৰ অম্মীহূদৰ পুত্ৰ চমূৱেল; [২১]আৰু বিন্যামীন ফৈদৰ কিচ্লোনৰ পুত্ৰ ইলীদদ; [২২]আৰু দানৰ সন্তানবিলাকৰ ফৈদৰ অধ্যক্ষ যগ্লীৰ পুত্ৰ বুক্কী; [২৩]আৰু যোচেফৰ পুত্ৰবিলাকৰ মাজত মনচিৰ সন্তানবিলাকৰ ফৈদৰ অধ্যক্ষ এফোদৰ পুত্ৰ হন্নীয়েল, [২৪]আৰু ইফ্ৰয়িমৰ সন্তানবিলাকৰ ফৈদৰ অধ্যক্ষ চিপ্তনৰ পুত্ৰ কমূৱেল; [২৫]আৰু জবূলূনৰ সন্তানবিলাকৰ ফৈদৰ অধ্যক্ষ পৰ্ণাকৰ পুত্ৰ ইলিচাফন; [২৬]আৰু ইচাখৰৰ সন্তানবিলাকৰ ফৈদৰ অধ্যক্ষ অজ্জনৰ পুত্ৰ পল্টীয়েল; [২৭]আৰু আচেৰৰ সন্তানবিলাকৰ ফৈদৰ অধ্যক্ষ চলোমীৰ পুত্ৰ অহীহূদ; [২৮]আৰু নপ্তালীৰ সন্তানবিলাকৰ ফৈদৰ অধ্যক্ষ অম্মীহূদৰ পুত্ৰ পদহেল। [২৯]কনান দেশত ইস্ৰায়েলৰ সন্তানবিলাকৰ নিমিত্তে আধিপত্য ভাগ কৰি দিবলৈ যিহোৱাই এই সকলো লোকক আজ্ঞা কৰিলে।

লেবীয়াবিলাকৰ নগৰ, আৰু আশ্ৰয়-নগৰ নিৰূপণ।

৩৫ পাছে যিহোৱাই মোৱাবৰ সমথলত যিৰীহোৰ সন্মুখত যৰ্দ্দনৰ ওচৰত মোচিক কলে, [২]তুমি ইস্ৰায়েলৰ সন্তানবিলাকক সিবিলাকৰ স্বত্ব থকা আধিপত্যৰ পৰা কেইখন্মান নগৰ, বাস কৰিবৰ নিমিত্তে লেবীয়াবিলাকক দিবলৈ, আৰু সেই নগৰে সৈতে তাৰ চাৰিওফালে থকা চৰণী ঠাই সিবিলাকক দিবলৈ আজ্ঞা দিয়া। [৩]তাতে, সিবিলাকে নিবাস কৰিবৰ নিমিত্তে সেই সকলো নগৰ হব, আৰু সেই নগৰৰ চৰণী ঠাই সিবিলাকৰ গৰু, মেৰ, ছাগ আদি পশু চৰাবৰ নিমিত্তে হব। [৪]আৰু তোমালোকে যি যি নগৰ লেবীয়াবিলাকক দিবা, তাৰ চৰণী ঠাই নগৰৰ চাৰিওফালে গড়ৰ বাহিৰে এক হাজাৰ হাতলৈকে হব। [৫]আৰু তোমালোকে নগৰৰ বাহিৰে, পূবদিশে দুই হাজাৰ হাত, আৰু দক্ষিণদিশে দুই হাজাৰ হাত, আৰু পশ্চিমদিশে দুই হাজাৰ হাত, আৰু উত্তৰদিশে দুই হাজাৰ হাত জুখি দিবা; তাৰ মাজ ঠাইত নগৰ থাকিব; এয়ে সিবিলাকৰ নগৰৰ চৰণী ঠাই হব। [৬]তোমালোকে যি যি নগৰ লেবীয়াবিলাকক দিবা, সেইবোৰ নগৰৰ মাজত, মানুহ-বধী পলাবৰ নিমিত্তে ছখন আশ্ৰয়-নগৰ হব লাগিব; আৰু তাৰ বাহিৰেও বিয়াল্লিশখন নগৰ তোমালোকে সিবিলাকক দিবা। [৭]তোমালোকে সৰ্ব্বমোট আঁঠচল্লিশখন নগৰ তাৰ চৰণী ঠায়ে সৈতে দিবা। [৮]আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ আধিপত্যৰ পৰা যি যি নগৰ দিবা, সেইবোৰ নগৰৰ বিষয়ে হলে, তোমালোকে অধিকৰ পৰা অধিক, কমৰ পৰা কম লবা; এই ৰূপে প্ৰত্যেক ফৈদে নিজে পোৱা আপোন আধিপত্য অনুসাৰে, আপোন আপোন

নগরবোরর পরা কেইখনমান নগর লেবীয়াবিলাকক দিব।

[9] পাছে যিহোবাই মোচিক কলে, তুমি ইস্রায়েলর সন্তানবিলাকক কোৱা, [10] সিবিলাকক এই আজ্ঞা দিয়া, তোমালোকে যেতিয়া যৰ্দ্দন পার হৈ কনান দেশত সোমাবা, [11] তেতিয়া, অজ্ঞানত কোনো লোকর প্রাণ হানি করা কোনো মানুহ-বধী পলাই যাবলৈ, তোমালোকে আপোনাবিলাকর নিমিত্তে কেইখনমান নগর আশ্রয়-নগর নিরূপণ করিবা। [12] তাতে, মানুহ-বধীটো বিচারর অর্থে মণ্ডলীর আগলৈ নৌ আহোঁতেই যেন নমরে, এই নিমিত্তে সেই নগর প্রতিকারসাধকর হাতর পরা তোমালোক রক্ষা পোৱা আশ্রয়স্থান হব। [13] আরু যি যি নগর তোমালোকে দিবা, সেইবোরর মাজর তোমালোকর ছখন আশ্রয়-নগর হব। [14] তোমালোকে তার মাজর তিনিখন নগর যৰ্দ্দনর পূব পারত, আরু আন তিনিখন কনান দেশত দিবা; সেইবোর আশ্রয়-নগর হব। [15] যি কোনোৱে অজ্ঞানত মানুহক বধ করে, সি যেন সেই ঠাইলৈ পলাব পারে, এই নিমিত্তে ইস্রায়েলর সন্তানবিলাকলৈ, বিদেশীলৈ, আরু সিবিলাকর মাজত প্রবাস করা লোকলৈ সেই ছখন নগর আশ্রয়স্থান হব। [16] কিন্তু যদি সি লোহার অস্ত্রেরে তাক মরাকৈ মারে, তেন্তে সি মানুহ-বধী; তেনে মানুহ-বধীর অবশ্যে প্রাণদণ্ড হব। [17] নাইবা যিহেরে মানুহ মরিব পারে, সি হাতত এনে শিল লৈ যদি তাক মরাকৈ মারে, তেন্তে সি মানুহ-বধী; অবশ্যে তেনে মানুহ-বধীর প্রাণদণ্ড হব। [18] নাইবা যিহর দ্বারায় মরিব পারে, এনে কাঠর বস্তু হাতত লৈ যদি তাক মরাকৈ মারে, তেন্তে সি মানুহ-বধী; অবশ্যে তেনে মানুহ-বধীর প্রাণদণ্ড হব। [19] রক্তপাতর প্রতিকারসাধকে নিজে তেনে মানুহবধীক বধ করিব পারিব; সি তাক লগ পালেই বধ করিব পারিব। [20] আরু যদি সি হিংসা করি তাক আঘাত করে, বা খাপ দি থাকি তার ওপরলৈ কিবা বস্তু দলি মারে, আরু সি যদি তাতে মরে, [21] নাইবা শত্রুভাব করি তাক হাতেরে মরাকৈ মারে, তেন্তে, যি জনে তাক মারে, অবশ্যে তার প্রাণদণ্ড হব; সি মানুহ-বধী; রক্তপাতর প্রতিকারসাধকে তেনে মানুহ-বধীক লগ পালেই তাক বধ করিব পারিব। [22] কিন্তু যদি শত্রুভাব নকরাকৈ অকস্মাতে তাক আঘাত করে, বা খাপ দি নথকাকৈ তার গালৈ কিবা দলি মারে, [23] বা যিহর দ্বারায় মরিব পারে, এনে শিল তার ওপরত তাক নেদেখাকৈ পেলায়, আরু তাতে সি মরে, তথাপি সি তার শত্রু, বা অনিষ্টকারী নাছিল, [24] তেন্তে মণ্ডলীয়ে সেই প্রহারকর, আরু রক্তপাতর প্রতিকারসাধকর মাজত এই শাসন অনুসারে বিচার করিব। [25] আরু মণ্ডলীয়ে রক্তপাতর প্রতিকারসাধকর হাতর পরা সেই মানুহ-বধীক উদ্ধার করিব; আরু সি যি ঠাইলৈ পলাইছিল, আপোনার সেই আশ্রয়-নগরলৈ মণ্ডলীয়ে তাক পুনরায় পঠাই দিব; আরু পবিত্র তেলেরে অভিষিক্ত হোৱা প্রধান পুরোহিতর মৃত্যু নহয়মানলৈকে সি সেই নগরতে থাকিব। [26] কিন্তু এই মানুহ-বধী যদি কোনো সময়ত, পলাই যোৱা আশ্রয়-নগরর সীমার বাহির হয়, [27] আরু রক্তপাতর প্রতিকারসাধকে আশ্রয়-নগরর সীমার বাহিরে তাক পাই যদি বধ করে, তেন্তে সি রক্তপাতর দোষী নহব; [28] কিয়নো প্রধান পুরোহিতর মৃত্যু নোহোৱালৈকে সি আপোনার আশ্রয়-নগরত থাকিব লাগিছিল; কিন্তু প্রধান পুরোহিতর মৃত্যুর পাছে সেই মানুহ-বধী আপোন আধিপত্যর দেশলৈ উলটি যাব পারিব। [29] আরু তোমালোকর পুরুষানুক্রমে, তোমালোকে নিবাস করা সকলো ঠাইতে এয়ে তোমালোকর বিচারর বিধি হব। [30] যি মানুহে কোনো লোকক বধ করে, সেই মানুহ-বধীক সাক্ষীর মুখেই বধ করা হব; কিন্তু একজন সাক্ষীর কথা কোনো লোকর বিরুদ্ধে প্রাণদণ্ডর নিমিত্তে গ্রাহ্য নহব। [31] আরু প্রাণদণ্ডর যোগ্য মানুহ-বধীর প্রাণর নিমিত্তে তোমালোকে কোনো প্রায়শ্চিত্ত নলবা; কিন্তু তার প্রাণদণ্ড অবশ্যে হব। [32] আরু যি মানুহ আশ্রয়-নগরলৈ পলাই গল, সেই মানুহ পুরোহিত নৌ মরোঁতেই দেশত বাস করিবলৈ উলটি আহিবর নিমিত্তে প্রায়শ্চিত্ত নলবা। [33] এই রূপে, তোমালোকে থকা দেশ অশুচি নকরিবা; কিয়নো তেজে দেশ অশুচি করে, আরু তাত যি রক্তপাত করা হয়, তার নিমিত্তে রক্তপাতীর রক্তপাতর বিনে দেশর প্রায়শ্চিত্ত হব নোৱারে।

[৩৪] এই হেতুকে, তোমালোকে নিবাস করা যি দেশর মাজত ময় বাস করোঁ, সেই দেশ তোমালোকে অশুচি নকরিবা ; কিয়নো ময় যিহোৱাই ইস্রায়েলর মাজত বাস করোঁ ।

উত্তরাধিকারিণীর বিষয়ে দিয়া বিধি ।

৩৬ পাছে যোচেফর সন্তানবিলাকর গোষ্ঠীবিলাকর মাজর মনচির নাতিয়েক মাখীরর পুত্র গিলিয়দর গোষ্ঠীর পিতৃ-বংশর মূল মানুহবিলাকে মোচির, আরু ইস্রায়েলর সন্তানবিলাকর পিতৃ-বংশর মূল মানুহ যি অধ্যক্ষবিলাক, [২] সিবিলাকর ওচরলৈ আহি এই কথা কলে, ইস্রায়েলর সন্তানবিলাকক আধিপত্যর অর্থে এই দেশ চিঠি খেলাই দিবলৈ, যিহোৱাই মোর প্রভুক আজ্ঞা করিলে, আরু আমার ভাই চলফাদর আধিপত্য তেওঁর জীয়েকহঁতক দিবলৈ মোর প্রভুৱে যিহোৱার পরা আজ্ঞা পালে। [৩] কিন্তু ইস্রায়েলর সন্তানবিলাকর আন ফৈদর কোনো লোকে সৈতে যদি সিহঁত বিয়া হয়, তেন্তে আমার পিতৃর আধিপত্যর পরা সিহঁতর অধিকার কটা যাব, আরু সিহঁত যি ফৈদর হব, সেই ফৈদর আধিপত্যর লগত তাক যোগ করা হব ; এই রূপে তাক আমার আধিপত্যর ভাগর পরা কটা যাব। [৪] আরু যেতিয়া ইস্রায়েলর সন্তানবিলাকর যোবেল বছর হব, তেতিয়া, সিহঁত যি ফৈদর হব, সেই ফৈদর আধিপত্যর লগত সিহঁতর আধিপত্য যোগ করা হব ; এই রূপে আমার পিতৃ-ফৈদর ভাগর পরা সিহঁতর আধিপত্য কটা যাব। [৫] তাতে মোচিয়ে যিহোৱার বাক্য অনুসারে ইস্রায়েলর সন্তানবিলাকক এই আজ্ঞা করিলে, যোচেফর সন্তানবিলাকর ফৈদে স্বরূপ কৈছে। [৬] যিহোৱাই চলফাদর জীয়েকহঁতর বিষয়ে এই আজ্ঞা করিছে, সিহঁতে যাক ভাল পায়, তারে সৈতে বিয়া হব পারিব ; কিন্তু কেরল আপোনার পিতৃ-ফৈদর কোনো গোষ্ঠীর মাজতহে বিয়া হব পারিব। [৭] এই রূপে ইস্রায়েলর সন্তানবিলাকর কোনো আধিপত্য এক ফৈদর পরা আন ফৈদলৈ নেযাব ; কিয়নো ইস্রায়েলর সন্তানবিলাকর প্রতিজনে আপোন আপোন পিতৃ-ফৈদর আধিপত্যতে থাকিব লাগিব। [৮] আরু ইস্রায়েলর সন্তানবিলাকে প্রতিজনে যেন আপোন আপোন পিতৃর আধিপত্য ভোগ করে, এই নিমিত্তে ইস্রায়েলর সন্তানবিলাকর কোনো ফৈদর মাজত আধিপত্য পোৱা প্রতিজনী জীয়েক আপোন পিতৃ-ফৈদর গোষ্ঠীর মাজর কোনো পুরুষে সৈতে বিয়া হব লাগিব। [৯] তাতে এক ফৈদর পরা আন ফৈদলৈ কোনো আধিপত্য নেযাব ; কিয়নো ইস্রায়েলর সন্তানবিলাকর প্রত্যেক ফৈদ আপোন আপোন আধিপত্যতে থাকিব লাগিব। [১০] চলফাদর জীয়েকহঁতে মোচিক দিয়া যিহোৱার আজ্ঞা অনুসারে কার্য্য করিলে। [১১] কিয়নো মহলা, তির্চা, হগ্‌লা, মিল্‌কা, আরু নোৱা, চলফাদর এই জীয়েক কেইজনীয়ে আপোনাবিলাকর বড়-বাপেক কি দদায়েকর পুতেকহঁতে সৈতে বিয়া হল। [১২] যোচেফর পুত্র মনচির সন্তানবিলাকর গোষ্ঠীর মাজত সিহঁতর বিয়া হোৱাত, সিহঁতর আধিপত্য সিহঁতর পিতৃ-গোষ্ঠীর ফৈদতেই থাকিল।

[১৩] যিহোৱাই যিরীহোর সম্মুখত যর্দ্দনর ওচরত মোৱাবর সমথলত মোচির দ্বারায় ইস্রায়েলর সন্তানবিলাকক এই সকলো আজ্ঞা আরু শাসন-প্রণালী দিলে।

# দ্বিতীয় বিবৰণ

অৰ্থাৎ

## মোচিয়ে লিখা পঞ্চম পুস্তক।

---

মোচিয়ে কোৱা ইস্ৰায়েলৰ ইতিহাস।

**১** পাছে মোচিয়ে যৰ্দ্দনৰ সিপাৰে অৰণ্যত, চূফৰ সম্মুখত অৰাবাত, পাৰণ, আৰু তোফল, লাবন, হচেৰোৎ, ও দী-জাহবৰ মাজ ঠাইত গোটেই ইস্ৰায়েলক এইবোৰ কথা কলে। [২] চেয়ীৰ পৰ্ব্বতেদি হোৰেবৰ পৰা কাদেচ-বৰ্ণেয়ালৈ এঘাৰ দিনৰ বাট। [৩] ইমোৰীয়াবিলাকৰ হিচ্‌বোন-নিবাসী ৰজা চীহোনক প্ৰহাৰ কৰা, আৰু অস্তাৰোৎ-নিবাসী বাচানৰ ৰজা ওগক ইদ্ৰেয়ীত প্ৰহাৰ কৰাৰ পাছে, [৪] ইস্ৰায়েলৰ সন্তানবিলাকৰ নিমিত্তে যিহোৱাই মোচিক দিয়া আটাই আজ্ঞা অনুসাৰে মোচিয়ে চল্লিশ বছৰৰ বছৰিৰ একাদশ মাহত মাহৰ প্ৰথম দিনা সিবিলাকক কথা কলে। [৫] যৰ্দ্দনৰ সিপাৰে মোৱাবৰ দেশত মোচিয়ে এই ব্যৱস্থা বুজাই কবলৈ ধৰিলে, [৬] আমাৰ ঈশ্বৰ যিহোৱাই হোৰেবত আমাক কৈছিল, তোমালোকে এই পৰ্ব্বতত বহুকাল থাকিলা; [৭] এতিয়া তোমালোকে মুখ ঘূৰাই যাত্ৰা কৰা, আৰু ইমোৰীয়াহঁতৰ পৰ্ব্বতীয়া দেশ, আৰু তাৰ ওচৰৰ অৰাবা, পৰ্ব্বতীয়া অঞ্চল, নিম্নভূমি, দক্ষিণ অঞ্চল, আৰু সমুদ্ৰতীৰত, ও মহানদী ফৰাৎ নদীলৈকে কনানীয়া দেশ আৰু লিবানোনত সোমোৱা। [৮] দেখা, ময় সেই দেশ তোমালোকৰ আগত ৰাখিছোঁ; তোমালোকৰ ওপৰ-পিতৃ অব্ৰাহামক, ইচ্‌হাকক, যাকোবক, আৰু সিবিলাকৰ ভাবি-বংশকো যি দেশ দিবলৈ যিহোৱাই সেই ওপৰ-পিতৃবিলাকৰ আগত শপথ কৰিছিল, তোমালোকে সেই দেশত সোমাই তাক অধিকাৰ কৰা। [৯] সেই কালত ময় তোমালোকক এই কথা কৈছিলোঁ, তোমালোকৰ ভাৰ ময় অকলেই বব নোৱাৰোঁ; [১০] তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকক বৃদ্ধি কৰিলে; আৰু দেখা, বৰ্ত্তমানে তোমালোক আকাশৰ তৰাৰ নিচিনা অধিক হৈছা। [১১] তোমালোকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাই বৰ্ত্তমানত্‌কৈয়ো তোমালোকক হাজাৰ গুণে বৃদ্ধি কৰোক; আৰু তেওঁ তোমালোকক কোৱাৰ দৰেই তোমালোকক আশীৰ্ব্বাদ কৰোক। [১২] ময় কেনেকৈ অকলে তোমালোকৰ ইমান বোজা, ভাৰ, আৰু বিবাদ সহিব পাৰিম? [১৩] তোমালোকে আপোন আপোন ফৈদৰ মাজত জ্ঞানৱান, বুদ্ধিমান, আৰু নাম জ্বলা লোকবিলাকক বাচি লোৱা; ময় সিবিলাকক তোমালোকৰ ওপৰত মূল মানুহ পাতিম। [১৪] মোৰ এই কথাত তোমালোকে উত্তৰ কৰি কৈছিলা, তুমি যি কলা, আমি তাকে কৰা ভাল। [১৫] পাছে ময় তোমালোকৰ ফৈদৰ মূল মানুহবিলাকক, জ্ঞানৱান আৰু নাম জ্বলা লোকক লৈ তোমালোকৰ ফৈদ অনুসাৰে তোমালোকৰ ওপৰত মূল মানুহ, অৰ্থাৎ সহস্ৰপতি, শতপতি, পঞ্চাশপতি, দশপতি, আৰু বিষয়া পাতিলোঁ। [১৬] সেই কালত ময় তোমালোকৰ বিচাৰকৰ্ত্তাবিলাকক এই আজ্ঞা কৰিছিলোঁ, তোমালোকে আপোন আপোন ভাইবিলাকৰ গোচৰ শুনি, দুই পক্ষৰ মাজত মানুহ আৰু তাৰ ভাই আৰু তাৰ লগত থকা বিদেশীৰ মাজতো ন্যায়ৰূপে বিচাৰ কৰিবা। [১৭] তোমালোকে বিচাৰত কাৰো মুখলৈ নেচাবা; সৰু বা বৰৰ কথা সমানে শুনিবা; আৰু মানুহৰ মুখ দেখি ভয়

নেখাবা ; কিয়নো বিচার ঈশ্বরর ; আরু যি গোচর তোমালোকলৈ কঠিন হয়, তাক মোর গুরিলৈ আনিবা, ময় তাক শুনিম। ১৮ সেই সময়ত, তোমালোকে করিব লগীয়া সকলো কার্য্যর বিষয়ে ময় আজ্ঞা করিছিলোঁ।

১৯ পাছে আমি আপোন ঈশ্বর যিহোবার আজ্ঞা অনুসারে, হোরেবর পরা যাত্রা করিলোঁ, আরু তোমালোকে দেখা সেই ডাঙর আরু ভয়ানক গোটেই অরণ্যর মাজেদি যাত্রা করি, ইমোরীয়া-ইঁতর পর্ব্বতীয়া অঞ্চলর বাটেদি গৈ কাদেচ-বর্ণেয়া পাইছিলোঁ। ২০ আরু ময় তোমালোকক কৈছিলোঁ, আমার ঈশ্বর যিহোবাই আমাক যি দেশ দিছে, সেই ইমোরীয়া পর্ব্বতীয়া অঞ্চল তোমা-লোকে পালা। ২১ দেখা, তোমার ঈশ্বর যিহোবাই তোমার আগত সেই দেশ রাখিছে ; আপোন ওপর-পিতৃবিলাকর ঈশ্বর যিহোবাই আজ্ঞা করার দরে উঠি গৈ তাক অধিকার করা ; ভয় নকরিবা, আরু ব্যাকুল নহবা। ২২ তেতিয়া তোমালোকর প্রতিজনে মোর গুরিলৈ আহি কৈছিলা, আগেয়ে আমি লোক পঠাওঁ, সিবিলাকে আমার নিমিত্তে দেশ চাই, আমি কোন বাটেদি যাব লাগিব, আরু কোন কোন নগরর ওচরত উপস্থিত হব লাগিব, তার বার্ত্তা লৈ আহিব। ২৩ তাতে, ময় সেই কথাত সন্তোষ পোৱাত, তোমালোকর প্রত্যেক ফৈদর এজন এজন এই রূপে বার জনক বাচি ললোঁ। ২৪ পাছে সিবিলাকে মুখ ঘূরাই পর্ব্বতীয়া অঞ্চললৈ উঠি, ইস্কোল উপত্যকালৈকে গৈ দেশ চালে। ২৫ আরু হাতত সেই দেশর কিছু কিছু গুটি লৈ, আমার গুরিলৈ নামি আহি এই বার্ত্তা দি কলে, আমার ঈশ্বর যিহোবাই আমাক যি দেশ দিছে, সেই দেশ উত্তম দেশ। ২৬ তথাপি তোমালোকে উঠি যাব নুখুজি, তোমালোকর ঈশ্বর যিহোবার আজ্ঞার বিরুদ্ধে আচরণ করিছিলা। ২৭ আরু আপোন আপোন তাম্বুত বকি বকি কৈছিলা, যিহোবাই আমাক হিংসা করি, বিনাশর অর্থে ইমোরীয়া-বিলাকর হাতত গোধাই দিবলৈ আমাক মিচরর পরা উলিয়াই আনিলে। ২৮ আমি কলৈ গৈছোঁ? আমাতকৈ সেই জাতি ডাঙর আরু দীঘল, আরু সিইঁতর নগরবোর অতি ডাঙর, আরু আকাশ লম্বা গড়েরে আবৃত আছে ; তাত বাজে সেই ঠাইত আমি অনাকীয়াবিলাকর সন্তানবোরকো দেখিলোঁ, এই এই কথা কৈ আমার ভাইবিলাকে আমার মন দ্রব করিলে। ২৯ তেতিয়া ময় তোমা-লোকক কলোঁ, তোমালোকে সিইঁতলৈ কম্পমান নহবা, আরু সিইঁতলৈ ভয় নকরিবা। ৩০ তোমা-লোকর আগে আগে যাওঁতা ঈশ্বর যিহোবাই, তোমালোকর চকুর আগতে মিচরত আরু অরণ্যত তোমালোকর নিমিত্তে তেওঁ করা আটাই কার্য্য অনুসারে তোমালোকর পক্ষে যুদ্ধ করিব। ৩১ বাপেকে আপোনার পুতেকক কোলাকৈ নিয়াদি, তোমালোকে এই ঠাই নোপোৱালৈকে, তোমালোক অহা আটাই বাটত তোমার ঈশ্বর যিহোবাই যে তোমাক কোলাত লৈ আনিছে, ইয়াকে সেই অরণ্যত তোমালোকে দেখিলা। ৩২ তথাপি ইমানতো তোমালোকে আপোনা-বিলাকর ঈশ্বর যিহোবাত বিশ্বাস নেরাখিলা ; ৩৩ তোমালোকর ছাউনি পাতিবর ঠাই বিচারিবর নিমিত্তে, তোমালোকে যাব লগা পথ দেখুৱাবলৈ রাতি অগ্নিত, আরু দিনত মেঘত তেওঁ তোমা-লোকর আগে আগে গৈছিল। ৩৪ পাছে যিহো-বাই তোমালোকর কথা শুনি ক্রুদ্ধ হৈ এই শপথ করিছিল, ৩৫ ময় তোমালোকর ওপর-পিতৃ-বিলাকক যি দেশ দিম বুলি শপথ করিছিলোঁ, এই দুষ্ট বংশর মানুহবোরর মাজর কোনেও সেই উত্তম দেশ নিশ্চয়ে দেখিবলৈ নেপাব ; ৩৬ কেবল যিফুন্নির পুত্র কালেবে তাক দেখিব ; তেওঁ যি ঠাইত ভরি দিছিল, সেই ভূমি ময় তেওঁক আরু তেওঁর সন্তানবিলাকক দিম ; কিয়নো তেওঁ যিহোবার পথত সম্পূর্ণরূপে চলিলে। ৩৭ আরু যিহোবাই তোমালোকর কারণে মোলৈকো ক্রুদ্ধ হৈ কলে, তুমিও সেই ঠাইত সোমাবলৈ নেপাবা ; ৩৮ তোমার পরিচারক নূনর পুত্র যিহোচূবাহে সেই দেশত সোমাব ; তুমি তেওঁক আশ্বাস দিয়া, কিয়নো তেৱেঁই ইস্রায়েলক দেশ অধিকার করাব। ৩৯ আরু তোমালোকে আপোনাবিলাকর যি লরা-ছোৱালীবোরর বিষয়ে, ইইঁত লুটদ্রব্য হব বুলি কৈছিলা, সেই লরা-ছোৱালীবোর, আরু তোমালোকর যি সন্তানবিলাকে বর্ত্তমানে ভাল-বেয়া নেজানে, সিইঁতহে সেই ঠাইত সোমাব, সিইঁতকেই ময় সেই দেশ দিম, আরু সিইঁতেইহে তাক অধিকার করিবে। ৪০ কিন্তু তোমালোক

হলে, ঘূৰি চূফ সাগৰৰ বাটেদি অৰণ্যৰ ভিতৰলৈ যাত্ৰা কৰা। [৪১] তাতে তোমালোকে মোক উত্তৰ দি কৈছিলা, আমি যিহোৱাৰ বিৰুদ্ধে পাপ কৰিলোঁ; আমাক ঈশ্বৰ যিহোৱাই দিয়া সকলো আজ্ঞা অনুসাৰে আমিয়েই উঠি যুদ্ধ কৰোঁগৈ, এই বুলি তোমালোক প্ৰতিজনে যুদ্ধৰ অস্ত্ৰ কঁকালত বান্ধি পৰ্ব্বত উঠিবলৈ লঘু জ্ঞান কৰিছিলা। [৪২] তেতিয়া যিহোৱাই মোক কৈছিল, তুমি সিবিলাকক কোৱা, তোমালোকে নুঠিবাও যুদ্ধো নকৰিবা; কিয়নো ময় তোমালোকৰ মাজত নথকাত, যুদ্ধ কৰিলে তোমালোকে শত্ৰুবোৰৰ আগত ঘাটিবা। [৪৩] তাতে ময় তোমালোকক সেই কথা কৈছিলোঁ; কিন্তু তোমালোকে তাক নুশুনি যিহোৱাৰ আজ্ঞাৰ বিৰুদ্ধে আচৰণ কৰি, আৰু দুঃসাহীয়াল হৈ পৰ্ব্বতত উঠিছিলা। [৪৪] এই নিমিত্তে সেই পৰ্ব্বতত থকা ইমোৰীয়া লোকবিলাকে তোমালোকৰ বিৰুদ্ধে ওলাই, মৌমাখীৰ দৰে তোমালোকক খেদালে, আৰু চেয়ীৰত হৰ্মালৈকে আঘাত কৰি কৰি গল। [৪৫] তেতিয়া তোমালোকে উলটি আহি যিহোৱাৰ আগত ক্ৰন্দন কৰিছিলা; কিন্তু যিহোৱাই তোমালোকৰ কথা নুশুনি, তোমালোকৰ বাক্যলৈ কাণ নেপাতিলে। [৪৬] তাতে, তোমালোক কাদেচত যিমান কাল আছিলা, সিমান কাল অৰ্থাৎ অনেক দিন সেই ঠাইত থাকিলা।

**২** পাছে, মোক কোৱা যিহোৱাৰ বাক্য অনুসাৰে আমি উলটি চূফ সাগৰৰ বাটেদি অৰণ্যৰ ভিতৰলৈ যাত্ৰা কৰিলোঁ, আৰু চেয়ীৰ পৰ্ব্বত ঘূৰি আহোঁতে অনেক দিন নিয়ালোঁ। [২] আৰু যিহোৱাই মোক কৈছিল, তোমালোকে এই পৰ্ব্বত ঘূৰি আহোঁতে বহুকাল নিয়ালা; [৩] এতিয়া উত্তৰ ফাললৈ ঘূৰা। [৪] তুমি লোকবিলাকক এই আজ্ঞা কৰা, তোমালোক চেয়ীৰ-নিবাসী তোমালোকৰ ভাই, এচৌৰ সন্তানবিলাকৰ সীমাৰ ওচৰেদি যাব লাগে,. তাতে সিহঁতে তোমালোকৰ পৰা ভয় পাব; এই হেতুকে তোমালোক সাৱধান হবা, [৫] তোমালোকে সিহঁতে সৈতে যুদ্ধ নকৰিবা; কিয়নো ময় তোমালোকক সিহঁতৰ দেশৰ মাটি অলপো নিদিওঁ, এনে কি, এখোজ মাটিকে নিদিওঁ; কাৰণ অধিকাৰ কৰিবৰ নিমিত্তে চেয়ীৰ পৰ্ব্বত ময় এচৌক দিলোঁ। [৬] তোমালোকে ধন দি সিহঁতৰ পৰা আহাৰ কিনি খাবা; আৰু ধন দি পানী কিনি খাবা। [৭] কিয়নো তোমাৰ ঈশ্বৰ যিহোৱাই তোমাৰ হাতৰ সকলো কাৰ্য্যত তোমাক আশীৰ্ব্বাদ কৰিলে; এই মহা-অৰণ্যৰ মাজেদি যোৱা কালত তেওঁ তোমাৰ বুজ-বিচাৰ লৈ আছে; এই চল্লিশ বছৰ তোমাৰ ঈশ্বৰ যিহোৱা তোমাৰ সহায় আছে; তোমালোকৰ একোৰে অভাৱ হোৱা নাই। [৮] এই দৰে আমি অৰাবাৰ বাট এৰি, আৰু এলৎ ও ইচিয়োন-গেবৰলৈ নগৈ, চেয়ীৰ-নিবাসী আমাৰ ভাই, এচৌৰ সন্তানবিলাকৰ ওচৰেদি আহিলোঁ।

[৯] পাছে আমি ঘূৰি মোৱাবৰ অৰণ্যৰ বাটেদি যাত্ৰা কৰিলোঁ। তাতে যিহোৱাই মোক কলে, তুমি মোৱাবক দুঃখ নিদিবা, আৰু সিহঁতৰ লগত যুদ্ধ নকৰিবা; কিয়নো ময় অধিকাৰৰ অৰ্থে সিহঁতৰ দেশৰ অলপো তোমাক নিদিওঁ; কাৰণ ময় লোটৰ সন্তানবিলাকক অধিকাৰৰ অৰ্থে আৰ নগৰ দিলোঁ। [১০] (পূৰ্ব্বে এই ঠাইত এমীয়াহঁতে বাস কৰিছিল, সিহঁত অনাকীয়াহঁতৰ দৰে মহৎ, অধিক, আৰু দীৰ্ঘকায় জাতি; [১১] অনাকীয়াহঁতৰ দৰে সিহঁতো ৰফায়ীয়াবোৰৰ মাজত গণিত আছে; কিন্তু মোৱাবীয়া লোকবিলাকে সিহঁতক এমীয়া বোলে। [১২] আগেয়ে হোৰীয়াহঁতো চেয়ীৰত বাস কৰিছিল, কিন্তু এচৌৰ সন্তানবিলাকে সিহঁতৰ আধিপত্য লৈ, আৰু আপোনাবিলাকৰ আগৰ পৰা সিহঁতক বিনষ্ট কৰি, সিহঁতৰ ঠাইত বাস কৰিলে; ইস্ৰায়েলে যেনেকৈ যিহোৱাই দিয়া আপোন আধিপত্যৰ দেশক কৰিছিল, ইহঁতেও তেনেকৈ সিহঁতক কৰিলে।) [১৩] এতিয়া তোমালোক উঠা, আৰু জেৰদ জুৰী পাৰ হোৱা। তেতিয়া আমি জেৰদ জুৰী পাৰ হলোঁ। [১৪] কাদেচবৰ্ণেয়াৰ পৰা জেৰদ জুৰী পাৰ হোৱালৈকে আমি যাত্ৰা কৰা আঁঠত্ৰিশ বছৰ হল; সেই কালৰ মাজত, যিহোৱাই সিবিলাকৰ আগত কৰা শপথ অনুসাৰে ছাউনিৰ মাজৰ পৰা সেই কালৰ সকলো যুদ্ধাৰুবিলাক উচ্ছন্ন হল। [১৫] অধিকন্তু সিহঁত উচ্ছন্ন নোহোৱালৈকে, ছাউনিৰ মাজৰ পৰা সিহঁতক বিনষ্ট কৰিবলৈ, যিহোৱাৰ হাত সিহঁতৰ বিৰুদ্ধে আছিল।

[১৬] সকলো যুদ্ধাৰুবিলাক মৰি লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন হলত, [১৭] যিহোৱাই মোক

কৈছিল, [১৮] আজি তুমি মোৱাবর সীমা অর্থাৎ আরর ওচরেদি যাব লাগে। [১৯] যেতিয়া অম্মোনর সন্তানবিলাকর সীমার সম্মুখলৈ যাবা, তেতিয়া তুমি সিহঁতক দুঃখ নিদিবা, আরু সিহঁতে সৈতে যুদ্ধ নকরিবা; কিয়নো ময় তোমাক অধিকারর অর্থে অম্মোনর সন্তানবিলাকর দেশর অলপকেই নিদিওঁ, কারণ ময় অধিকারর অর্থে লোটর সন্তানবিলাকক তাক দিলোঁ। [২০] (সেই দেশো রফায়ীয়াহঁতর দেশ বুলি গণিত হৈছে; পূর্ব্বে রফায়ীয়াহঁত তাত বাস করিছিল; কিন্তু অম্মোনীয়াহঁতে সিহঁতক জমজুম্মীয়া বোলে; [২১] সিহঁত অনাকীয়াহঁতর দরে মহৎ, অধিক, আরু দীর্ঘকায় জাতি। কিন্তু যিহোৱাই সিহঁতক ইহঁতর আগর পরা বিনষ্ট করিলে; আরু ইহঁতে সিহঁতর আধিপত্য লৈ সিহঁতর ঠাইত বসতি করিলে; [২২] তেওঁ চেয়ীর-নিবাসী এচৌর সন্তানবিলাকর নিমিত্তে সেই রূপ কার্য্য করিলে, অর্থাৎ সিবিলাকর সম্মুখর পরা হোরীয়াহঁতক বিনষ্ট করিলে; তাতে সিবিলাকে সিহঁতর আধিপত্য লৈ, সিহঁতর ঠাইত আজিলৈকে বাস করি আছে; [২৩] আরু কপ্তোরর পরা ওলাই অহা কপ্তোরীয়াহঁতে ঘচালৈকে গাঁৱে গাঁৱে বাস করা অব্বীয়াহঁতক বিনষ্ট করি সিহঁতর ঠাইত বাস করিলে।) [২৪] তোমালোক উঠা, আরু যাত্রা করি অর্ণোনর উপত্যকা পার হোৱা; দেখা, ময় হিচ্‌বোনর রজা ইমোরীয়া চীহোনক আরু তেওঁর দেশকো তোমার হাতত সমর্পণ করিলোঁ; তুমি তাক অধিকার করিবলৈ ধরা, তেওঁরে সৈতে যুদ্ধ করা। [২৫] আজির পরাই ময় আকাশর তলত থকা আটাই জাতির মনত তোমার বিষয়ে আশঙ্কা আরু ত্রাস জন্মাবলৈ ধরিম; তোমার কথা শুনামাত্রকে সিহঁত তোমার কারণে কম্পমান আরু অতিশয় ত্রাসিত হব।

[২৬] পাছে ময় কদেমোৎ অরণ্যর পরা দূতর দ্বারায় হিচ্‌বোনর রজা চীহোনলৈ শান্তির বাক্য কৈ পঠালোঁ, [২৭] যে, তুমি আপোন দেশর মাজেদি মোক যাবলৈ দিয়া; ময় সোঁ বা বাঁওকালে নুঘুরোঁ, রাজবাটেদি যাম; [২৮] ময় খাবর নিমিত্তে, তুমি ধন লৈ মোক আহার বেচিবা, আরু পান করিবর নিমিত্তে, ধন লৈ পানী দিবা; কেৱল তোমার দেশেদি মোক খোজ কাঢ়ি যাবলৈ দিয়া; [২৯] চেয়ীর-নিবাসী এচৌর সন্তানবিলাকে আরু আর-নিবাসী মোৱাবীয়া লোকবিলাকে মোলৈ যেনে করিলে, তুমিও সেই রূপে করা; আমার ঈশ্বর যিহোৱাই আমাক যি দেশ দিছে, ময় যর্দ্দন পার হৈ সেই দেশ নেপাওঁমানে মোক যাবলৈ দিয়া। [৩০] কিন্তু হিচ্‌বোনর রজা চীহোনে আপোন দেশর মাজেদি যাবলৈ আমাক অনুমতি নিদিলে; কিয়নো, তোমার ঈশ্বর যিহোৱাই, আজি ঘটা নিচিনাকৈ তোমার হাতত তেওঁক সোধাই দিবলৈ তেওঁর মন কঠিন করিলে, আরু তেওঁর হৃদয় টান করিলে। [৩১] আরু যিহোৱাই মোক কলে, দেখা, ময় চীহোন আরু তেওঁর দেশ তোমার হাতত সোধাই দিবলৈ ধরিছোঁ; তুমিও আধিপত্যর অর্থে তেওঁর দেশ লবলৈ ধরা। [৩২] তাতে যহচত যুদ্ধ করিবলৈ, চীহোন আরু তেওঁর সকলো প্রজা আমার অহিতে ওলাই আহিল। [৩৩] তেতিয়া আমার ঈশ্বর যিহোৱাই আমার আগত তেওঁক দিলে; তাতে আমি তেওঁক, তেওঁর পুতেকহঁতক, আরু তেওঁর প্রজাবোরকো আঘাত করিলোঁ। [৩৪] সেই সময়ত আমি তেওঁর সকলো নগর হাত করি লৈ, নরা-তিরুতাই সৈতে নিঃশেষে বিনষ্ট করিলোঁ, কাকো অরশিষ্ট নেরাখিলোঁ; [৩৫] কেৱল পশুবোর, আরু আমি হাত করি লোৱা নগরর সকলো লুটদ্রব্য আমি আপোনাবিলাকর নিমিত্তে ললোঁ। [৩৬] অর্ণোনর উপত্যকার দাঁতিত থকা অরোয়েরর পরা, আরু উপত্যকার মাজত থকা নগরর পরা গিলিয়দলৈকে, আমি জয় করিব নোৱরা এনে কোনো দৃঢ় নগর নাছিল; আমার ঈশ্বর যিহোৱাই সেই সকলোকে আমাক সোধাই দিলে; [৩৭] কেৱল অম্মোনর সন্তানবিলাকর দেশর ওচরলৈ তুমি যোৱা নাই; যব্বোক জুরীর কোষত থকা আটাই অঞ্চল, আরু পর্ব্বতীয়া দেশর নগর আদি যি দেশর বিষয়ে আমার ঈশ্বর যিহোৱাই নিষেধ করিছিল, তার ওচরলৈ তুমি যোৱা নাই।

৩ পাছে আমি বাচানর বাটেদি ঘুরি গলোঁ; তাতে, ইদ্রেয়ীত যুদ্ধ করিবলৈ বাচানর রজা ওগ আরু তেওঁর আটাই প্রজা আমার বিরুদ্ধে ওলাই আহিল। [২] তেতিয়া যিহোৱাই মোক কলে, তুমি তেওঁলৈ ভয় নকরিবা; কিয়নো ময় তেওঁক, তেওঁর প্রজাবোরক, আরু তেওঁর দেশ তোমার

হাতত সোধাই দিছোঁ; তুমি যেনেকৈ ইমোৰীয়া-ইঁতৰ হিচ্‌বোন-নিবাসী ৰজা চীহোনলৈ কৰিছিলা, তেনেকৈ তেওঁলৈকো কৰিবা। [৩] এই ৰূপে আমাৰ ঈশ্বৰ যিহোৱাই বাচানৰ ৰজা ওগক আৰু তেওঁৰ প্ৰজাবোৰকো আমাৰ হাতত সোধাই দিলে; তাতে আমি তেওঁক এনেকৈ প্ৰহাৰ কৰিলোঁ, যে, তেওঁৰ কোনো অৱশিষ্ট নেথাকিল। [৪] সেই কালত আমি তেওঁৰ সকলো নগৰ হাত কৰি ললোঁ; সিহঁতৰ পৰা আমি হাত কৰি নোলোৱা কোনো নগৰ নেথাকিল; বাইঠখন নগৰ, আটাই অৰ্গোব অঞ্চল, বাচানৰ ৰজা ওগৰ ৰাজ্য ললোঁ। [৫] সেই সকলো নগৰ ওখ গড়েৰে, দুৱাৰেৰে, আৰু ডাঙেৰে তালকৈ ৰখা আছিল; তাত বাজে গড় নাইকিয়া অতিশয় অধিক নগৰো আছিল। [৬] আমি হিচ্‌বোনৰ ৰজা চীহোনলৈ যেনে কৰিছিলোঁ, সেই ৰূপে সিহঁতকো নিঃশেষে বিনষ্ট কৰিলোঁ; নৰা-তিৰু-তাই সৈতে বসতি কৰা প্ৰত্যেক নগৰ নিঃশেষে বিনষ্ট কৰিলোঁ। [৭] কিন্তু আটাই পশু আৰু নগৰৰ লুটদ্ৰব্য আমি নিজৰ নিমিত্তে লুটি ললোঁ। [৮] সেই সময়ত আমি যৰ্দ্দনৰ পূব পাৰত থকা ইমোৰীয়াহঁতৰ দুজন ৰজাৰ হাতৰ পৰা, অৰ্ণোনৰ উপত্যকাৰে পৰা হৰ্মোণ পৰ্ব্বতলৈকে আটাই দেশ হাত কৰি ললোঁ। [৯] (এই হৰ্মোনক চীদোনীয়াহঁতে চিৰিয়োন বোলে, আৰু ইমোৰীয়াহঁতে চনীৰ বোলে;) [১০] আমি সমথলৰ সকলো নগৰ, গোটেই গিলিয়দ, চল্‌খা আৰু ইদ্ৰেয়ীলৈকে গোটেই বাচান, বাচানত থকা ওগৰ ৰাজ্যৰ নগৰবোৰ হাত কৰি ললোঁ। [১১] (কিয়নো অৱশিষ্ট থকা ৰফায়ীয়াহঁতৰ মাজত বাচানৰ ৰজা ওগেইহে অৱশিষ্ট আছিল; দেখা, তেওঁৰ খাট লোহাৰ খাট; সেয়ে জানো অম্মোনৰ সন্তানবোৰৰ ৰব্বাত নাই? মানুহৰ হাতৰ জোখ অনুসাৰে সেয়ে দীঘলে ন হাত, আৰু বহলে চাৰি হাত আছিল।) [১২] সেই সময়ত এই দেশ আমি অধিকাৰ কৰিলোঁ; অৰ্ণোনৰ উপত্যকাৰ দাঁতিত থকা অৰোয়েৰৰ পৰা গিলিয়দৰ আধা পৰ্ব্বতীয়া অঞ্চল, আৰু তাৰ নগৰবোৰ মই ৰূবেণীয়া আৰু গাদীয়াবিলাকক দিলোঁ। [১৩] আৰু গিলিয়দৰ আন ভাগ, আৰু ওগৰ ৰাজ্য গোটেই বাচান, গোটেই অৰ্গোব অঞ্চল মই মনচিৰ আধা ফৈদক দিলোঁ। (সেই গোটেই বাচানক ৰফায়ীয়াহঁতৰ দেশ বোলে। [১৪] মনচিৰ পুত্ৰ যায়ীৰে গচুৰীয়া আৰু মাখাথীয়াহঁতৰ সীমালৈকে গোটেই অৰ্গোব অঞ্চল লৈ আপোন নাম অনুসাৰে সেইবোৰ অৰ্থাৎ বাচানৰ নাম হব্বোৎ-যায়ীৰ ৰাখিলে; এই নাম আজিলৈকে আছে।) [১৫] মই মাখীৰক গিলিয়দ দিলোঁ। [১৬] আৰু গিলিয়দৰ পৰা অৰ্ণোনৰ উপত্যকাৰ মাজৰ জুৰীলৈকে, (সেই জুৰী তাৰ সীমা) আৰু অম্মোনৰ সন্তানবিলাকৰ সীমা যব্বোক জুৰীলৈকে, ৰূবেণীয়া আৰু গাদীয়াবিলাকক দিলোঁ; [১৭] আৰু কিন্নেৰতৰ পৰা পিচ্‌গাৰ চাৱলীয়া ঠাইবোৰৰ তলত থকা অৰাবা, অৰ্থাৎ লবণ-সমুদ্ৰলৈকে অৰাবাও দিলোঁ; তাৰ সীমা যৰ্দ্দন।

[১৮] আৰু সেই সময়ত মই তোমালোকক এই আজ্ঞা দিছিলোঁ, তোমালোকৰ ঈশ্বৰ যিহোৱাই অধিকাৰৰ অৰ্থে এই দেশ তোমালোকক দিছে; তোমালোক সকলো যুদ্ধাৰু লোক সুসজ্জিত হৈ, তোমালোকৰ ভাই ইস্ৰায়েলৰ সন্তানবিলাকৰ আগে আগে পাৰ হৈ যাবা। [১৯] কিন্তু যিহোৱাই তোমালোকৰ নিচিনাকৈ তোমালোকৰ ভাই-বিলাককো জিৰণি নিদিয়েমানে, অৰ্থাৎ যৰ্দ্দনৰ সিপাৰে যি দেশ তোমালোকৰ ঈশ্বৰ যিহোৱাই সিবিলাকক দিছে, সেই দেশ সিবিলাকেও অধিকাৰ নকৰেমানে, [২০] তোমালোকৰ নৰা-তিৰুতা-বিলাক আৰু তোমালোকৰ পশুবোৰ, (তোমালোকৰ অনেক পশু আছে বুলি জানিছোঁ;) মই তোমালোকক দিয়া নগৰবোৰত থাকিব; পাছে তোমালোক প্ৰতিজনে মই তোমালোকক দিয়া আপোন আপোন আধিপত্যলৈ উলটি আহিবা। [২১] আৰু সেই সময়ত মই যিহোচূৱাক এই আজ্ঞা কৰিছিলোঁ, তোমালোকৰ ঈশ্বৰ যিহোৱাই সেই দুজন ৰজালৈ কৰা আটাই কাৰ্য্য তুমি নিজ চকুৰে দেখিলা; তুমি পাৰ হৈ যি ৰাজ্যৰ অহিতে যাবা, সেই সকলো ৰাজ্যলৈ যিহোৱাই সেই ৰূপে কৰিব। [২২] তোমালোকে সিহঁতলৈ ভয় নকৰিবা; কিয়নো তোমালোকৰ ঈশ্বৰ যিহোৱা নিজে তোমালোকৰ পক্ষে যুদ্ধ কৰোঁতা।

[২৩] সেই সময়ত মই যিহোৱাৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰিছিলোঁ, [২৪] যে, হে প্ৰভু যিহোৱা, তুমি আপোন দাসৰ আগত আপোন মহিমা আৰু

বলৱান হাত দেখুৱাবলৈ ধৰিলা; কিয়নো তোমাৰ কাৰ্য্য আৰু মহৎ কৰ্ম্মৰ দৰে কৰিব পৰা, স্বৰ্গত কি পৃথিবীত এনে ঈশ্বৰ আৰু কোন আছে? [২৫] বিনয় কৰোঁ, যৰ্দ্দনৰ সিপাৰে থকা সেই উত্তম দেশ, সুন্দৰ পৰ্ব্বতময় দেশ, আৰু লিবানোন দেখিবলৈ মোক পাৰ হৈ যাব দিয়া। [২৬] কিন্তু যিহোৱাই তোমালোকৰ কাৰণে মোলৈ ক্ৰুদ্ধ হৈ, মোৰ কথা নুশুনি মোক কলে, তোমাৰ পক্ষে এয়ে যথেষ্ট, এই বিষয়ে আৰু মোক কথা নকবা; [২৭] পিচ্গাৰ টিঙলৈ উঠি যোৱা, আৰু পশ্চিম, উত্তৰ, দক্ষিণ, আৰু পুব ফাললৈ চকু তুলি চোৱা, আপোনাৰ চকুৰে দেখা; কিয়নো তুমি সেই যৰ্দ্দন পাৰ হবলৈ নেপাবা। [২৮] কিন্তু তুমি যিহোচূৱাক আদেশ কৰা, তেওঁক আশ্বাস দিয়া, আৰু তেওঁক সবল কৰা; কিয়নো তেৱেঁই এই লোকবিলাকৰ আগে আগে পাৰ হৈ যাব, যি দেশ তুমি দেখিবা, তাক তেৱেঁই সিবিলাকক অধিকাৰ কৰাব। [২৯] এই ৰূপে আমি বৈৎ-পিয়োৰৰ সম্মুখত থকা উপত্যকাত বাস কৰিলোঁ।

ইস্ৰায়েলৰ উন্নতিৰ বিষয়ে মোচিয়ে দিয়া উপদেশ।
আশ্ৰয়-নগৰ নিৰূপণ।

**৪** হে ইস্ৰায়েল, তোমালোকে জীয়াই থাকি, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰ ঈশ্বৰ যিহোৱাই তোমালোকক যি দেশ দিছে, তাৰ মাজত সোমাই তাক অধিকাৰ কৰিবলৈ, এতিয়া যি যি বিধি আৰু শাসন-প্ৰণালী পালন কৰিবৰ নিমিত্তে ময় তোমালোকক শিকাওঁ, সেইবোৰলৈ কাণ দিয়া। [২] তোমালোকক দিয়া ঈশ্বৰ যিহোৱাৰ আজ্ঞা তোমালোকে পালন কৰিবৰ নিমিত্তে, ময় তোমালোকক আজ্ঞা কৰা বাক্যত তোমালোকে আৰু একো কথা যোগ নিদিবা, আৰু তাৰ একো কমো নকৰিবা। [৩] যিহোৱাই বাল-পিয়োৰৰ কাৰণে যি কৰিছিল, তাক তোমালোকে আপোন চকুৰে দেখিলা; কিয়নো তোমাৰ ঈশ্বৰ যিহোৱাই বাল-পিয়োৰৰ পাছত যোৱা আটাই লোকক তোমাৰ মাজৰ পৰা উচ্ছন্ন কৰিলে। [৪] কিন্তু আপোন ঈশ্বৰ যিহোৱাত আসক্ত হৈ থকা যি তোমালোক, তোমালোক প্ৰতিজন এতিয়াও জীয়াই আছা। [৫] দেখা, তোমালোকে যি দেশ অধিকাৰ কৰিবলৈ তাত সোমাবা, সেই দেশত, মোৰ ঈশ্বৰ যিহোৱাই মোক আজ্ঞা কৰা বিধি আৰু শাসন-প্ৰণালী অনুসাৰে যেন তোমালোক চলিবা, এই নিমিত্তে ময় তোমালোকক সেই বিধি আৰু শাসন-প্ৰণালী শিকালোঁ। [৬] এই হেতুকে সেইবোৰ পালন কৰি সেই মতে কাৰ্য্য কৰা; কিয়নো জাতিবিলাকৰ আগত সেয়েই তোমালোকৰ জ্ঞান আৰু বুদ্ধিৰ প্ৰমাণ হব; এই সকলো বিধি শুনি সিহঁতে কব, বাস্তৱিক এই মহাজাতি জ্ঞানবান আৰু বুদ্ধিমান জাতি। [৭] আৰু আমাৰ ঈশ্বৰ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰা কালত তেওঁ যেনেকুৱা আমাৰ ওচৰত থাকোঁতা, কোন মহাজাতিৰ তেনেকুৱা ওচৰত থাকোঁতা ঈশ্বৰ আছে? [৮] আৰু ময় আজি তোমালোকৰ আগত যি ব্যৱস্থা প্ৰকাশ কৰিছোঁ, তাৰ বিধি আৰু শাসন-প্ৰণালীৰ নিচিনা ন্যায় বিধি আৰু শাসন-প্ৰণালী কোন মহাজাতিৰ আছে? [৯] তুমি আপোন চকুৰে যি যি দেখিলা, সেইবোৰ যেন নেপাহৰা, তোমাৰ জীৱনৰ সকলো কালত তোমাৰ মনৰ পৰা সেইবোৰ যেন লুপ্ত নহয়, এই নিমিত্তে কেৱল আপোনাৰ বিষয়ে সাৱধান হোৱা, আপোনাৰ প্ৰাণৰ বিষয়ে অতিশয় সাৱধান হোৱা; তুমি আপোনাৰ পো-নাতি-বিলাককো সেইবোৰ শিকাবা। [১০] বিশেষকৈ যি দিনা তুমি হোৰেবত তোমাৰ ঈশ্বৰ যিহোৱাৰ আগত থিয় হৈছিলা, তাক নেপাহৰিবা। সেই দিনা যিহোৱাই মোক কৈছিল, যে, লোকবিলাকে পৃথিবীত থাকোঁতে জীৱনৰ সকলো কালত যেন মোলৈ ভয় কৰিবলৈ শিকিব, আৰু আপোনাৰ সন্তানবিলাককো যেন তাক শিকাব, এই নিমিত্তে তুমি মোৰ গুৰিত লোকবিলাকক গোটোৱা, আৰু ময় আপোন বাক্য সিবিলাকক শুনাম। [১১] তাতে তোমালোকে ওচৰ চাপি পৰ্ব্বতটোৰ তলত থিয় হৈ আছিলা; আৰু পৰ্ব্বতটো আকাশ-লঙ্ঘা অগ্নিৰে জ্বলিছিল, আৰু আন্ধাৰ, মেঘ, ও ঘোৰ অন্ধকাৰে জুৰি আছিল। [১২] তেতিয়া অগ্নিৰ মাজৰ পৰা যিহোৱাই তোমালোকক কথা কৈছিল; তোমালোকে তেওঁৰ বাক্যৰ শবদ শুনিছিলা, কিন্তু কোনো মূৰ্ত্তি নেদেখিছিলা, কেৱল শবদ মাত্ৰ শুনিছিলা। [১৩] আৰু তেওঁ আপোনাৰ যি নিয়মটী পালন কৰিবলৈ তোমালোকক আজ্ঞা

করিছিল, সেই নিয়মটী অর্থাৎ দহ আজ্ঞা তেওঁ তোমালোকক জনালে, আরু দুখন শিলর ফলিত তাক লিখিলে। [১৪] তোমালোকে যি দেশ অধিকার করিবলৈ পার হৈ যাবা, সেই দেশত তোমালোকে পালন করিবর নিমিত্তে বিধি আরু শাসন-প্রণালী তোমালোকক শিকাবলৈ যিহোবাই সেই সময়ত মোকেই আজ্ঞা করিলে। [১৫] এই হেতুকে তোমালোক আপোনাবিলাকর বিষয়ে সাৱধান হোৱা; কিয়নো, যিহোবাই হোরেবত অগ্নির মাজর পরা তোমালোকক কথা কোৱা দিনা, তোমালোকে তেওঁর কোনো প্রকার আকার দেখা নাছিলা; [১৬] নহলে তোমালোকে ভ্রষ্ট হৈ আপোনাবিলাকর নিমিত্তে কোনো আকারর মূর্ত্তিরে কটা-প্রতিমা সাজিবা, বা পুরুষ কি স্ত্রীর আকৃতিরে, [১৭] নাইবা পৃথিবীত থকা কোনো পশুর আকৃতিরে, বা আকাশত উড়ি ফুরা ডেউকা লগা চরাইর আকৃতিরে, [১৮] নাইবা মাটিত বগাই ফুরা কোনো জন্তুর আকৃতিরে, বা পৃথিবীর তলর পানীত থকা কোনো মাছর আকৃতিরে সাজিবা, [১৯] নাইবা আকাশলৈ চকু তুলি, সূর্য্য, চন্দ্র, আরু তরা আদি আকাশর সকলো বাহিনী দেখি, যিবোরক তোমার ঈশ্বর যিহোবাই গোটেই আকাশর তলত থকা সকলো জাতিবোরকহে ভাগ বাঁটি দিলে, আকর্ষিত হৈ সেইবোরর আগত প্রণিপাত করিবা, আরু সেইবোরক সেৱাপূজা করিবা। [২০] কিন্তু তোমালোকক হলে, আজির নিচিনাকৈ যিহোবার আধিপত্যর জাতি হবলৈ, লোহা গলোৱা কুণ্ড-স্বরূপ মিচরর পরা তেওঁ উলিয়াই আনিলে। [২১] তাত বাজে তোমালোকর নিমিত্তে যিহোবাই মোলৈ ক্রুদ্ধ হৈ, তুমি যর্দ্দন পার নহবা, ইস্রায়েলর ঈশ্বর যিহোবাই সিবিলাকক যি দেশ অধিকার করিবলৈ দিছে, সেই উত্তম দেশত তুমি নোসোমাবা, এই বুলি শপথ করিলে। [২২]ময় হলে, এই দেশতে মরিব লাগিব, ময় যর্দ্দন পার হৈ যাবলৈ নেপাম; কিন্তু তোমালোকে হলে পার হৈ সেই উত্তম দেশ অধিকার করিবা। [২৩] তোমালোকে সৈতে স্থির করা আপোন ঈশ্বর যিহোবার নিয়মটী যেন নেপাহরা, আরু তোমার ঈশ্বর যিহোবাই তোমাক নিষেধ করা কোনো বস্তুর আকৃতিরে কোনো কটা-প্রতিমা যেন নেসাজা, এই নিমিত্তে তোমালোকে আপোনাবিলাকর বিষয়ে সাৱধান হোৱা; [২৪] কিয়নো তোমার ঈশ্বর যিহোবা গ্রাস করোঁতা অগ্নিস্বরূপ, আরু আপোন মর্য্যাদা রখাত উদ্যোগী ঈশ্বর।

[২৫] সেই দেশত পো-নাতির জন্ম দি বহুকাল বাস করার পাছত, যদি তোমালোকে ভ্রষ্ট হৈ কোনো বস্তুর আকৃতিরে প্রতিমা সাজি, আপোন ঈশ্বর যিহোবাক বেজার দিবর নিমিত্তে তেওঁর আগত কুকর্ম্ম করা, [২৬] তেন্তে ময় আজি তোমালোকর বিরুদ্ধে আকাশ আরু পৃথিবীক সাক্ষী করি কৈছোঁ, তোমালোকে যি দেশ অধিকার করিবলৈ যর্দ্দন পার হৈ যাবা, সেই দেশর পরা তোমালোক শীঘ্রে নিঃশেষে বিনষ্ট হবা; সেই দেশত তোমালোক দীর্ঘজীবী নহবা, কিন্তু নিঃশেষে বিনষ্ট হবা। [২৭] আরু যিহোবাই জাতিবিলাকর মাজত তোমালোকক গোট গোট করিব; যিহোবাই তোমালোকক যি ঠাইলৈ লৈ যাব, সেই ঠাইত জাতিবিলাকর মাজত তোমালোক অলপ মাত্র অবশিষ্ট থাকিবা। [২৮] আরু সেই সেই ঠাইত, মানুহর হাতেরে করা দেৱমূর্ত্তিবোরক, অর্থাৎ দেখিব নোৱরা, শুনিব নোৱরা, খাব নোৱরা, আরু গন্ধ লব নোৱরা এনে কাঠ আরু শিলক সেৱাপূজা করিবা। [২৯] কিন্তু সেই ঠাইত থাকি যদি তোমালোকে আপোন ঈশ্বর যিহোবাক বিচার করা, তেন্তে, তুমি সকলো মনেরে আরু সকলো প্রাণেরে বিচার করিলে তেওঁক পাবা। [৩০] যেতিয়া তুমি ঠেকত পড়া, আরু এই সকলো তোমালৈ ঘটিব, তেতিয়া সেই ভবিষ্যত কালত তুমি আপোন ঈশ্বর যিহোবালৈ উলটিবা, আরু তেওঁর বাক্যলৈ কাণ পাতিবা। [৩১] কিয়নো তোমার ঈশ্বর যিহোবা দয়ালু ঈশ্বর; তেওঁ তোমাক ত্যাগ নকরিব, আরু তোমাক বিনষ্ট নকরিব, আরু তোমালোকর পূর্ব্ব-পুরুষবিলাকে সৈতে শপথ খাই করা নিয়মটী তেওঁ নেপাহরিব। [৩২] কিন্তু দেখা, পৃথিবীত ঈশ্বরে মানুহ সৃষ্টি করা দিনরে পরা, তোমার পূর্ব্বে হৈ যোৱা কালর বিষয়ে আকাশর আদির পরা অন্তলৈকে সোধা, যে, এই মহৎ কার্য্যর নিচিনা আন কোনো কার্য্য জানো কেতিয়াবা করা হল, বা তার নিচিনা কার্য্যর কথা শুনা গল? [৩৩] আরু অগ্নির মাজর পরা ঈশ্বরে কোৱা বাক্যর শব্দ

তোমার দরে শুনি কোনো জাতি জীয়াই থাকিল নে? [৩৪] নাইবা তোমালোকর ঈশ্বর যিহোৱাই মিচরত তোমালোকর সাক্ষাতে করা আটাই কার্য্য অনুসারে, নানা পরীক্ষা, চিন, আরু অদ্ভুত লক্ষণ, আরু যুদ্ধ, বলৱান হাত, মেলা বাহু, আরু নানা ভয়ানক মহৎ কার্য্যর দ্বারায় ঈশ্বরে আন জাতির মাজর পরা আপোনার নিমিত্তে এক জাতিক লবলৈ উপায় করিছিল নে? [৩৫] যিহোৱায়েই যে ঈশ্বর, তেওঁর বাহিরে আরু কোনো নাই, ইয়াক জানিবর নিমিত্তে এই সকলোকে তোমাকেইহে দেখুউৱা হল। [৩৬] তেওঁ তোমাক শিক্ষা দিবর নিমিত্তে, স্বর্গর পরা তোমাক আপোনার মাত শুনালে, আরু পৃথিবীত আপোনার মহা-অগ্নি তোমাক দেখুৱালে; আরু তুমি অগ্নির মাজর পরা তেওঁর বাক্য শুনিবলৈ পালা। [৩৭] আরু তেওঁ তোমাতকৈ মহান আরু বলৱান জাতিবোরক তোমার আগর পরা দূর করি, তোমাক সুমুৱাই, আধিপত্যস্বরূপে সিহঁতর দেশ আজির দরে তোমাক দিবর নিমিত্তে, [৩৮] তেওঁ তোমার পূর্ব্ব-পুরুষবিলাকক প্রেম করা হেতুকে, সিবিলাকর ভাবি-বংশক মনোনীত করি লৈ, মিচরর পরা নিজেই মহাবলেরে তোমাক উলিয়াই আনিলে। [৩৯] এই হেতুকে, ওপরত থকা স্বর্গত আরু তলত থকা পৃথিবীতো যিহোৱায়েই যে ঈশ্বর, আন কোনো নাই, ইয়াক তুমি আজি জানিব লাগে, আরু আপোনার মনত রাখিব লাগে। [৪০] আরু তোমার ও তোমার ভাবি-সন্তানবিলাকরো যেন মঙ্গল হয়, আরু তোমার ঈশ্বর যিহোৱাই তোমাক যি দেশ সদাকালর নিমিত্তে দিছে, তাত যেন তোমার আয়ুষ দীঘল হয়, এই নিমিত্তেময় আজি তোমাক দিয়া বিধি আরু আজ্ঞাবোর পালন করা।

[৪১] পাছে, যি কোনোৱে আগরে পরা হিংসা নকরাকৈ অজ্ঞানত কোনো মানুহক বধ করে, [৪২] সেই মানুহ-বধী পলাই সারিবর নিমিত্তে, যর্দ্দনর সিপারে সূর্য্য উদয় হোৱা ফালে, তিনিখন নগর মোচিয়ে পৃথকে রাখিলে; সি পলাই সেই তিনিখন নগরর এখনত সোমাই জীয়াই থাকিবর নিমিত্তেই সেইবোর পৃথকে রাখিলে। [৪৩] সেইবোর নগরর নাম এই, রুবেণীয়াবিলাকর নিমিত্তে অরণ্যত সমথলত থকা বেচর, আরু গাদীয়াবিলাকর নিমিত্তে গিলিয়দত থকা রামোৎ, আরু মনচীয়াবিলাকর নিমিত্তে বাচানত থকা গোলন।

দহ আজ্ঞা পুনরায় প্রকাশ করা, আর লোকবিলাকর ভয়।

[৪৪] ইস্রায়েলর সন্তানবিলাকর আগত মোচিয়ে স্থাপন করা ব্যবস্থা এই; [৪৫] মোচিয়ে যর্দ্দনর সিপারে, বৈৎ-পিয়োরর সম্মুখর উপত্যকাত, ইমোরীয়াহঁতর হিচ্‌বোন-নিবাসী রজা চীহোনর দেশত, ইস্রায়েলর সন্তানবিলাকে মিচরর পরা ওলাই অহা কালত সিবিলাকর আগত কোৱা সাক্ষ্য, বিধি, আরু শাসন-প্রণালী এইবোর। [৪৬] মোচি আরু ইস্রায়েলর সন্তানবিলাকে মিচরর পরা ওলাই অহা কালত, সেই চীহোন রজাক প্রহার করি, [৪৭] তেওঁর, আরু বাচানর রজা ওগর, যর্দ্দনর সিপারে সূর্য্য ওলোৱা ফালে থকা ইমোরীয়াহঁতর এই দুজন রজার দেশ অধিকার করি ললে। [৪৮] এইরূপে, সিবিলাকে অর্ণোনর উপত্যকার দাঁতিত থকা অরোয়েরর পরা চীয়োন অর্থাৎ হর্মোন পর্ব্বতলৈকে আটাই দেশ, [৪৯] আরু পিচ্‌গার চাবলীয়া ঠাইবোরর তলত থকা অরাবা সমুদ্রলৈকে, যর্দ্দনর সিপারে পূবফালে থকা গোটেই অরাবা অধিকার করি ললে।

৫ তেতিয়া মোচিয়ে গোটেই ইস্রায়েলক মাতি কলে, হে ইস্রায়েল, তোমালোকে শিকিবর নিমিত্তে, আরু পালন করি সেই মতে কার্য্য করিবর নিমিত্তে, তোমালোকর কাণত আজি ময় যিবোর বিধি আরু শাসন-প্রণালী জনাওঁ, সেইবোর শুনা। [২] আমার ঈশ্বর যিহোৱাই হোরেবত আমারে সৈতে এটা নিয়ম করিলে। [৩] যিহোৱাই আমার পূর্ব্ব-পুরুষবিলাকে সৈতে, সেইটো নিয়ম করা নাই; কিন্তু আমারে সৈতে, আজি আমি যিমান লোক জীয়াই আছোঁ, আমার আটাইরে সৈতেহে করিলে। [৪] যিহোৱাই পর্ব্বতত অগ্নির মাজর পরা তোমালোকর লগত মুখামুখি হৈ কথা কলে। [৫] (সেই সময়ত, ময় তোমালোকক যিহোৱার বাক্য জনাবলৈ, যিহোৱা আরু তোমালোকর মাজত থিয় হৈছিলোঁ; কিয়নো অগ্নির কারণে ভয় পোৱাত তোমালোক পর্ব্বতলৈ নুঠিলা।) তেওঁর বাক্য এই,

৬ বন্দী-ঘরস্বরূপ মিচর দেশর পরা তোমাক উলিয়াই অনা তোমার ঈশ্বর যিহোৱা ময়েই।

৭ মোর আগত তোমার আন কোনো দেৱতা নেথাকোক।

৮ তুমি আপোনালৈ কোনো কটা-প্ৰতিমা, ওপরত থকা স্বৰ্গত, তলত থকা পৃথিবীত, আৰু পৃথিবীর তলত থকা পানীত যি যি আছে, সেইবোরর আকৃতিরে কোনো মূৰ্ত্তি নেসাজিবা। ৯ সেইবোরর আগত তুমি প্ৰণিপাত নকরিবা, আৰু সেইবোরক সেৱাপূজাও নকরিবা; কিয়নো তোমার ঈশ্বর যিহোৱা ময় আপোন মৰ্য্যাদা রখাত উদ্যোগী ঈশ্বর, মোক ঘিণাওঁতাবোরর তৃতীয় চতুৰ্থ পুৰুষলৈকে, সন্তানবিলাকর ওপরত পিতৃবিলাকর অপরাধর প্ৰতিফল দিওঁতা, ১০ আৰু মোক প্ৰেম করা ও মোর আজ্ঞা পালন করাবিলাকর হাজার হাজার পুৰুষলৈকে দয়া করোঁতা ঈশ্বর।

১১ তুমি আপোন ঈশ্বর যিহোৱার নাম অনর্থকরূপে নলবা; কিয়নো, যি কোনোৱে তেওঁর নাম অনর্থকরূপে লয়, যিহোৱাই তাক নির্দ্দোষী নকরিব।

১২ তোমাক দিয়া ঈশ্বর যিহোৱার আজ্ঞা অনুসারে তুমি বিশ্ৰাম-দিন পালন করি পবিত্ৰ করা। ১৩ ছদিন পরিশ্ৰম করি তোমার সকলো কাৰ্য্য করা; ১৪ কিন্তু সপ্তম দিন তোমার ঈশ্বর যিহোৱার উদ্দেশে বিশ্ৰাম-দিন: সেই দিনা তুমি তোমার পো বা জী, তোমার বন্দী বা বেটী, আৰু তোমার গৰু বা গাধ, নাইবা আন কোনো পশু, আৰু তোমার নগরর দুৱারর ভিতরত থকা বিদেশী, কোনোৱে একো কাম নকরিবা, তোমার বন্দী-বেটীয়ে যেন তোমার নিচিনাকৈয়ে বিশ্ৰাম পায়। ১৫ সোঁৱরণ করা, মিচর দেশত তুমি বন্দী আছিলা; কিন্তু তোমার ঈশ্বর যিহোৱাই বলবান হাত আৰু মেলা বাহুরে তার পরা তোমাক উলিয়াই আনিলে; এই নিমিত্তে তোমার ঈশ্বর যিহোৱাই বিশ্ৰাম-দিন পালন করিবলৈ তোমাক আজ্ঞা করিছে।

১৬ তোমার ঈশ্বর যিহোৱাই তোমাক যি দেশ দিছে, সেই দেশত তোমার আয়ুস দীঘল হবর নিমিত্তে, আৰু তোমার মঙ্গল হবর নিমিত্তে, তোমাক দিয়া ঈশ্বর যিহোৱার আজ্ঞা অনুসারে তুমি আপোন পিতৃ-মাতৃক সন্মান করিবা।

১৭ তুমি নর-বধ নকরিবা।

১৮ তুমি পরস্ত্রী গমন নকরিবা।

১৯ তুমি চুর নকরিবা।

২০ তুমি লোকর অহিতে মিছা সাক্ষ্য নিদিবা।

২১ তুমি লোকর তিৰুতালৈ লোভ নকরিবা; তুমি লোকর ঘর, বা কেঁতি, বা বন্দী, বা বেটী, বা তার গৰু, বা তার গাধ, বা তার আন কোনো বস্তুলৈকে হাবিয়াহ নকরিবা।

২২ যিহোৱাই পর্ব্বতত, অগ্নি, মেঘ, আৰু ঘোর অন্ধকারর মাজর পরা তোমালোকর গোটেই সমাজর আগত এইবোর বাক্যহে বড় মাতেরে কৈছিল; তেওঁ আৰু একোকে কোৱা নাই। পাছে তেওঁ এইবোর দুখন শিলর ফলিত লিখি মোক দিলে। ২৩ কিন্তু, পর্ব্বত অগ্নিরে জ্বলি থাকোঁতে, যেতিয়া তোমালোকে আন্ধারর মাজর পরা সেই বাক্য শুনিলা, তেতিয়া তোমালোকে, তোমালোকর ফৈদর মুখ্যবিলাকে, আৰু বৃদ্ধ-বিলাকে মোর ওচরলৈ আহি কলা, ২৪ দেখা, আমার ঈশ্বর যিহোৱাই আমার আগত আপোন প্ৰতাপ আৰু মহিমা দেখুৱালে, আৰু আমি অগ্নির মাজর পরা তেওঁর মাত শুনিলোঁ; তাতে, মানুহে সৈতে ঈশ্বরে কথা কোৱাতো যে সি জীয়াই থাকিব পারে, ইয়াক আজি আমি জানিলোঁ। ২৫ কিন্তু আমি এতিয়া কেলেই মরিম? কিয়নো এই মহা-অগ্নিয়ে আমাক গ্ৰাস করিব; যদি আমি আপোন ঈশ্বরর বাক্য আৰু শুনো, তেন্তে আমি তৎক্ষণাৎ মরিম। ২৬ কিয়নো মৰ্ত্ত্য লোকর মাজত অগ্নির মাজর পরা বাক্য কোৱা জীৱন্ত ঈশ্বরর মাত আমার দরে শুনি কোন জীলে? ২৭ আপুনিয়েই ওচরলৈ গৈ, আমার ঈশ্বর যিহোৱাই যি যি বাক্য কব, তাক শুনোক; তেওঁ যি সকলো বাক্য আপোনাক কব, সেই সকলো বাক্য আপুনি আমাক কব; আমি তাক শুনি পালন করিম, ২৮ এই বুলি যেতিয়া তোমালোকে মোক কলা, তেতিয়া যিহোৱাই তোমালোকর সেই কথা শুনি মোক কলে, এই লোকবিলাকে তোমাক যি যি কলে, তাক ময় শুনিলোঁ; সিবিলাকে যি যি কৈছে, ভালকে কৈছে। ২৯ সিবিলাক আৰু সিবিলাকর সন্তানবিলাক চিরকাল মঙ্গলে থাকিবর নিমিত্তে, মোক ভয় করিবলৈ আৰু মোর আজ্ঞা পালন

কৰিবলৈ, সিবিলাকৰ তেনে মন সদায় থকা হলে কেনে ভাল আছিল! [৩০] তুমি গৈ সিবিলাকক আপোন আপোন তাম্বুলৈ উলটি যাবলৈ কোৱা। [৩১] কিন্তু তুমি হলে মোৰ ওচৰত এই ঠাইতে থিয় হৈ থাকিবাহি; যি দেশ অধিকাৰ কৰিবৰ অৰ্থে সিবিলাকক দিছোঁ, সেই দেশত পালন কৰিবৰ নিমিত্তে যি গোটেই ব্যৱস্থা, যিবোৰ বিধি, আৰু শাসন-প্ৰণালী তুমি সিবিলাকক শিকাবা, সেই-বোৰ মই তোমাক কম। [৩২] এতেকে, তোমা-লোকৰ ঈশ্বৰ যিহোৱাই তোমালোকক আজ্ঞা দিয়াৰ দৰে আচৰণ কৰি, কাৰ্য্য কৰা; সোঁ কি বাঁওফালে নুঘূৰিবা। [৩৩] তোমালোক জীয়াই থাকিবৰ নিমিত্তে, তোমালোকৰ মঙ্গল হবৰ নিমিত্তে, আৰু যি দেশ তোমালোকে অধিকাৰ কৰিবা, তাত তোমালোকৰ আয়ুস দীঘল হবৰ নিমিত্তে, তোমালোকৰ ঈশ্বৰ যিহোৱাই যি যি পথত চলিবলৈ আজ্ঞা দিলে, সেই সকলো পথত তোমালোকে চলিবা।

### আজ্ঞাৰ বশ হবলৈ শিক্ষা দিয়া।

৬ তোমালোকে যি দেশ অধিকাৰ কৰিবলৈ পাৰ হৈ যাবা, সেই দেশত তুমি আৰু তোমাৰ পো নাতি আদিক্ৰমে তোমাৰ জীৱনৰ সকলো কালত তোমাৰ ঈশ্বৰ যিহোৱালৈ ভয় কৰি, মই তোমাক দিয়া তেওঁৰ আটাই বিধি আৰু আজ্ঞা যেন পালন কৰা, আৰু তোমালোকৰ আয়ুস যেন দীঘল হয়, [২] এই নিমিত্তে, সেই দেশত পালন কৰিবৰ অৰ্থে যি ব্যৱস্থা, যিবোৰ বিধি আৰু শাসন-প্ৰণালী তোমালোকক শিকাবলৈ তোমালোকৰ ঈশ্বৰ যিহোৱাই আজ্ঞা কৰিলে, সেইবোৰ এয়ে। [৩] এতেকে হে ইস্ৰায়েল, শুনা, তোমালোকৰ পূৰ্ব্ব-পুৰুষবিলাকৰ ঈশ্বৰ যিহোৱাই তোমালোকক কোৱাৰ দৰেই দুগ্ধ মধু বোৱা দেশত তোমালোকৰ মঙ্গল হবলৈ, আৰু তোমা-লোক অতিশয়ৰূপে বৃদ্ধি পাবলৈ, সেই সকলোকে পালন কৰি সেই মতে কাৰ্য্য কৰা।

[৪] হে ইস্ৰায়েল, শুনা, আমাৰ ঈশ্বৰ যিহোৱা একমাত্ৰ যিহোৱা; [৫] আৰু তুমি আপোনাৰ সকলো মন, সকলো প্ৰাণ, আৰু সকলো শক্তিৰে আপোন ঈশ্বৰ যিহোৱাক প্ৰেম কৰা। [৬] আৰু আজি মই তোমাক আজ্ঞা কৰা আটাই বাক্য তোমাৰ হৃদয়ত থাকিব লাগে। [৭] আৰু তুমি আপোন সন্তানবিলাকক যত্নেৰে সেইবোৰ শিকাবা; আৰু তুমি ঘৰত বহোঁতে বা বাটত যাওঁতে, আৰু শোওঁতে বা উঠোঁতে, সেইবোৰৰ বিষয়ে কথাবাৰ্ত্তা হবা। [৮] আৰু আপোনাৰ হাতত চিনস্বৰূপে সেইবোৰ বান্ধিবা, আৰু সেইবোৰ তোমাৰ দুই চকুৰ মাজত ভূষণস্বৰূপ হব লাগে। [৯] আৰু তোমাৰ ঘৰৰ দুৱাৰৰ খুঁটাত, আৰু তোমাৰ বাহিৰৰ দুৱাৰত সেইবোৰ লিখি ৰাখিবা।

[১০] তোমাৰ পূৰ্ব্ব-পুৰুষ অব্ৰাহাম, ইচ্‌হাক, আৰু যাকোবৰ আগত তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক যি দেশ দিবলৈ শপথ কৰিছিল, সেই দেশত তেওঁ তোমাক সুমুৱাৰ পাছে, তুমি যিহক সজা নাই, এনে ডাঙৰ আৰু সুন্দৰ নগৰ, [১১] আৰু যিহক তুমি ভৰোৱা নাই, সকলো উত্তম দ্ৰব্যেৰে পূৰ হোৱা এনে ঘৰ, আৰু যিহক তুমি খন্দা নাই এনে নাদ, আৰু যিহক তুমি ৰোৱা নাই এনে দ্ৰাক্ষালতা আৰু জিতবৃক্ষৰ বাৰী, এই সকলোকে পাই তুমি যেতিয়া হেপাহ পলুৱাই খাবা, [১২] তেতিয়া, যি জনাই বন্দী-ঘৰস্বৰূপ মিচৰ দেশৰ পৰা তোমাক উলিয়াই আনিলে, সেই জনা যিহোৱাক যেন নেপাহৰা, তালৈ সাৱধান হোৱা। [১৩] তুমি আপোন ঈশ্বৰ যিহোৱাকেই ভয় কৰা, তেওঁৰেই আৰাধনা কৰা, আৰু তেওঁৰ নামেৰেই শপথ কৰা। [১৪] তোমালোকে আন দেৱতাবোৰৰ, তোমালোকৰ চাৰিওফালে থকা জাতিবিলাকৰ দেৱতাবোৰৰ পাছত নচলিবা; [১৫] কিয়নো তোমাৰ মাজত থকা তোমাৰ ঈশ্বৰ, আপোন মৰ্য্যাদা ৰখাত উদ্যোগী ঈশ্বৰ; চলিলে, তোমাৰ ঈশ্বৰ যিহোৱাৰ ক্ৰোধ তোমাৰ বিৰুদ্ধে জ্বলি উঠিব; তাতে তেওঁ পৃথিবীৰ পৰা তোমাক উচ্ছন্ন কৰিব।

[১৬] তোমালোকে মচ্ছাত যেনেকৈ আপোন ঈশ্বৰ যিহোৱাক পৰীক্ষা কৰিছিলা, তেনেকৈ তেওঁক পৰীক্ষা নকৰিবা। [১৭] তোমালোকে আপোন ঈশ্বৰ যিহোৱাই আদেশ কৰা আজ্ঞা, সাক্ষ্য, আৰু বিধি যত্নেৰে পালন কৰিবা। [১৮] আৰু তোমালোকৰ মঙ্গল হবলৈ, আৰু যিহোৱাই যি দেশ দিম বুলি তোমালোকৰ পূৰ্ব্ব-পুৰুষবিলাকৰ আগত শপথ কৰিছিল, তোমা-

লোকে সেই উত্তম দেশত সোমাই তাক অধিকার করিলে, [১৯] যিহোৱার বাক্য অনুসারে তেওঁ তোমালোকর আগর পরা সকলো শত্রুক দূর করিবলৈ, যিহোৱার দৃষ্টিত যি ন্যায় আরু উত্তম, তাকেই তোমালোকে করিবা।

[২০] ভবিষ্যত কালত যেতিয়া তোমার সন্তানে সুধিব, যে, আমার ঈশ্বর যিহোৱাই তোমালোকক দিয়া সাক্ষ্য, বিধি, আরু শাসন-প্রণালীবোরর অর্থ কি? [২১] তেতিয়া তুমি আপোন সন্তানক কবা, আমি মিচর দেশত ফরৌণর বন্দী আছিলোঁ; পাছে যিহোৱাই বলৱান হাতেরে মিচরর পরা আমাক উলিয়াই আনিলে, [২২] আরু আমার সাক্ষাতে মিচরলৈ, ফরৌণ আরু তেওঁর বংশলৈ যিহোৱাই মহৎ আরু ক্লেশদায়ক নানা চিন আরু অদ্ভুত লক্ষণ দেখুৱালে। [২৩] যি দেশ দিম বুলি তেওঁ আমার পূর্ব্ব-পুরুষবিলাকর আগত শপথ করিছিল, সেই দেশত আমাক সুমুৱাই তাক আমাক দিবর নিমিত্তে তেওঁ মিচরর পরা আমাক উলিয়াই আনিলে। [২৪] আরু সদায় আমার মঙ্গল হবলৈ, আরু আজির দরে তেওঁ আমাক জীয়াই রাখিবলৈ, আমি যেন আপোন ঈশ্বর যিহোৱালৈ ভয় করোঁ, এই নিমিত্তে এই এই সকলো বিধি পালন করিবলৈ যিহোৱাই আমাক আজ্ঞা করিলে। [২৫] যদি আমি আপোন ঈশ্বর যিহোৱার আজ্ঞার দরে তেওঁর আগত এই গোটেই ব্যৱস্থা পালন করি সেই মতে কার্য্য করোঁ, তেন্তে সেয়ে আমার ধার্ম্মিকতাস্বরূপ হব।

### কনানীয়াহঁতক আরু সিহঁতর দেৱমূর্ত্তি বিনষ্ট করিবলৈ আদেশ।

৭ তুমি যি দেশ অধিকার করিবলৈ গৈছা, সেই দেশত যেতিয়া তোমার ঈশ্বর যিহোৱাই তোমাক সুমুৱাব, আরু যেতিয়া তেওঁ তোমার আগর পরা হিত্তীয়া, গির্গাচীয়া, ইমোরীয়া, কনানীয়া, পরিজ্জীয়া, হিব্বীয়া, আরু যিবূচীয়া, তোমাতকৈ প্রধান আরু বলৱান এই সাত জাতিক দূর করিব, [২] আরু যেতিয়া তোমার ঈশ্বর যিহোৱাই তোমার হাতত সিহঁতক সোধাই দিব, আরু তুমি সিহঁতক প্রহার করিবা, তেতিয়া সিহঁতক নিঃশেষে বিনষ্ট করিবা, সিহঁতে সৈতে কোনো নিয়ম নেবান্ধিবা, আরু সিহঁতক দয়া নকরিবা; [৩] আরু সিহঁতরে সৈতে বিবাহর সম্বন্ধ নকরিবা; তুমি তার পুতেকলৈ আপোনার জীয়ারী নিদিবা, আরু আপোন পুতেরালৈ তার জীয়ারী নানিবা। [৪] কিয়নো সি তোমার পুতেরাক মোর পাছর পরা অঁতরাই নি ইতর দেৱতাক সেৱাপূজা করাব; সেয়ে হলে, তোমালোকলৈ যিহোৱার ক্রোধ প্রজ্বলিত হব, আরু তেওঁ তোমাক শীঘ্রে বিনষ্ট করিব। [৫] কিন্তু তোমালোকে সিহঁতলৈ এই রূপ ব্যৱহার করিবা; সিহঁতর যজ্ঞবেদিবোর ভাঙ্গি পেলাবা, সিহঁতর স্তম্ভবোর ডোখর ডোখর করিবা, সিহঁতর আচেরা মূর্ত্তিবোর কাটি পেলাবা, আরু সিহঁতর কটা-প্রতিমাবোর জুইত পুরি পেলাবা। [৬] কিয়নো তুমি আপোন ঈশ্বর যিহোৱার পবিত্র প্রজা; পৃথিবীত থকা সকলো জাতির মাজর পরা, আপোনার এক বিশেষ জাতি হবলৈ, তোমার ঈশ্বর যিহোৱাই তোমাকহে মনোনীত করিলে। [৭] আন সকলো জাতিতকৈ তোমালোক লেখত অধিক বুলি যে যিহোৱাই তোমালোকক স্নেহ করিলে, আরু মনোনীত করিলে, সেয়ে নহয়; কিয়নো সকলো জাতির মাজত তোমালোক লেখত তাকর আছিলা। [৮] কিন্তু যিহোৱাই তোমালোকক প্রেম করার কারণে, আরু তোমালোকর পূর্ব্ব-পুরুষবিলাকর আগত যি শপথ করিছিল, তাক পালন করিব খোজার কারণে, যিহোৱাই বলৱান হাতেরে উলিয়াই, তোমালোকক বন্দী-ঘরর পরা, মিচরর রজা ফরৌণর হাতর পরা উদ্ধার করিলে। [৯] এতেকে তোমালোকে জানিবা, যে, তোমার ঈশ্বর যিহোৱাহে ঈশ্বর; তেওঁক প্রেম করা আরু তেওঁর আজ্ঞা পালন করাবিলাকর পক্ষে তেওঁ হাজার হাজার পুরুষলৈকে দয়া আরু নিয়মটী রক্ষা করোঁতা বিশ্বস্ত ঈশ্বর; [১০] কিন্তু তেওঁক ঘিণ করাবোরক সংহার করিবলৈ, সিহঁতর সাক্ষাতেই সিহঁতক প্রতিফল দিওঁতা; তেওঁক ঘিণ করা লোকর বিষয়ে তেওঁ পলম নকরে, তার সাক্ষাতেই তাক প্রতিফল দিয়ে। [১১] এই হেতুকে, ময় আজি তোমাক যি ব্যৱস্থা, যিবোর বিধি, আরু শাসন-প্রণালীর আদেশ করিছোঁ, সেই সকলোকে পালন করি, সেই মতেই কার্য্য করা।

[12] যদি তোমালোকে সেইবোর শাসন-প্রণালীলৈ কাণ দি সেইবোর পালন করা, আৰু সেই মতে কার্য্য করা, তেন্তে ইয়ার কারণে, তোমার ঈশ্বর যিহোৱাই তোমার পূর্ব্ব-পুরুষবিলাকর আগত যি দয়া আৰু নিয়মটীর বিষয়ে শপথ করিছিল, তাক তেওঁ তোমার পক্ষে রক্ষা করিব ; [13] তেওঁ তোমাক প্রেম করিব, আৰু আশীর্ব্বাদ করি তোমাক বৃদ্ধি করিব ; আৰু যি দেশ তোমাক দিম বুলি তোমার পূর্ব্ব-পুরুষবিলাকর আগত শপথ করিছিল, সেই দেশত তোমার গর্ত্তফল, তোমার ক্ষেত্তির ফল, তোমার শস্য, দ্রাক্ষারস, তেল, আৰু তোমার গৰুবোরর পোৱালি, মের আৰু ছাগলীর পোৱালি, এই সকলোকে আশীর্ব্বাদ করিব। [14] সকলো জাতিতকৈ তুমি অধিক আশীর্ব্বাদ পাবা, আৰু তোমার পশুবোরর বা তোমার মাজতো বঁজা-বাঁজী নহব। [15] আৰু যিহোৱাই তোমার পরা সকলো রোগ দূর করিব, আৰু মিচরীয়াইঁতর যিবোর বিষম ব্যাধি তুমি জানিছা, সেইবোর তোমার ওপরত নিদি, তোমাক ঘিণ করোঁতাবোরর ওপরতহে দিব। [16] আৰু তোমার ঈশ্বর যিহোৱাই তোমার হাতত যি আটাই জাতিবোরক সোধাই দিব, তুমি সিইঁতক গ্রাস করিবা ; সিইঁতলৈ তুমি কৃপাদৃষ্টি নকরিবা ; আৰু সিইঁতর দেৱতাবোরক সেৱাপূজা নকরিবা, কিয়নো সেয়ে তোমার ফান্দস্বরূপ হব। [17] আৰু যদি তুমি আপোন মনতে কোৱা, যে, এই জাতিবিলাক মোতকৈ সরহ, ময় কেনেকৈ ইইঁতক দূর করিব পারিম ? [18] তেন্তে ময় কওঁ, তুমি সিইঁতলৈ ভয় নকরিবা ; তোমার ঈশ্বর যিহোৱাই ফরৌণ আৰু গোটেই মিচরলৈ যি যি করিছিল, [19] আৰু তুমি নিজ চকুরে দেখা যি নানা মহাপরীক্ষারে, যি চিন আৰু অদ্ভুত লক্ষণ, আৰু বলবান হাত ও মেলা বাহুরে তোমার ঈশ্বর যিহোৱাই তোমাক বাহির করি আনিলে, সেই সকলোকে ভালকৈ সোঁৱরণ করা ; তুমি যিবোরলৈ ভয় করিছা, সেই সকলো জাতিলৈকে তোমার ঈশ্বর যিহোৱাই সেই রূপে করিব। [20] ইয়ার বাহিরে, যিবোর অৱশিষ্ট থাকি তোমার পরা লুকাই থাকিব, সিইঁত বিনষ্ট নহয়মানে তোমার ঈশ্বর যিহোৱাই সিইঁতর মাজলৈ কোদোবোর পঠাই থাকিব। [21] তুমি সিইঁতলৈ ত্রাসিত নহবা ; কিয়নো তোমার ঈশ্বর যিহোৱা তোমার মাজত আছে, তেওঁ মহান আৰু ভয়ানক ঈশ্বর। [22] তোমার ঈশ্বর যিহোৱাই তোমার আগর পরা সেই জাতিবোরক ক্রমে ক্রমে দূর করিব ; তোমার বিরুদ্ধে বনরীয়া পশুবোর বৃদ্ধি নহবর নিমিত্তে, তুমি বেগাই সিইঁতক একেবারে বিনষ্ট করিব নোৱারিবা। [23] কিন্তু তোমার ঈশ্বর যিহোৱাই তোমার হাতত সিইঁতক সোধাই দিব, আৰু সিইঁত নিঃশেষে বিনষ্ট নোহোৱালৈকে, মহাব্যাকুলতারে সিইঁতক ব্যাকুল করিব। [24] আৰু সিইঁতর রজাবিলাকক তেওঁ তোমার হাতত সোধাই দিব ; তাতে তুমি আকাশর তলর পরা সিইঁতর নাম লুপ্ত করিবা ; আৰু তুমি সিইঁতক বিনষ্ট নকরামানে তোমার আগত কোনো লোক থিয় হব নোৱারিব। [25] তোমালোকে সিইঁতর দেৱতার কটা-মূর্ত্তিবোর অগ্নিত পুরি ভস্ম করিবা ; তুমি যেন ফান্দত নপড়া, এই নিমিত্তে সেইবোরত থকা রূপ বা সোণলৈ লোভ নকরিবা, আৰু তাক আপোনার নিমিত্তে নলবা ; কিয়নো সেয়ে তোমার ঈশ্বর যিহোৱার ঘিণলগীয়া বস্তু ; [26] আৰু তুমি ঘিণলগীয়া বস্তু আপোনার ঘরলৈ নিনিবা, নিলে তার দরে তুমিও বর্জ্জিত হবা ; তুমি তাক অতিশয় নীহ যেন জ্ঞান করিবা, আৰু অতিশয় ঘিণ করিবা ; কিয়নো সেয়ে বর্জ্জিত বস্তু।

### ইস্রায়েললৈ ঈশ্বরর দয়া।

৮ আজি ময় তোমালোকক যি ব্যৱস্থা দিওঁ, তোমালোকে জীয়াই থাকি বৃদ্ধি পাবলৈ, আৰু যিহোৱাই তোমালোকর পূর্ব্ব-পুরুষবিলাকর আগত যি দেশ দিম বুলি শপথ করিছিল, সেই দেশত সোমাই তাক অধিকার করিবলৈ, তোমালোকে সেই গোটেই ব্যৱস্থা পালন করি তার দরে কার্য্য করা। [2] আৰু তুমি তেওঁর আজ্ঞা পালন করিবা নে নকরিবা, এই কথাত তোমার অন্তর বুজিবর নিমিত্তে, তোমাক নম্র আৰু পরীক্ষা করিবলৈ তোমার ঈশ্বর যিহোৱাই তোমাক এই চল্লিশ বছর অরণ্যর মাজর যি সকলো বাটত তোমাক চলালে, তাক সোঁৱরা। [3] মানুহ কেৱল পিঠারে যে নিজীয়ে, কিন্তু যিহোৱার মুখর পরা যি যি

ওলায়, তাৰেহে যে জীয়ে, ইয়াকে তুমি জানিবৰ নিমিত্তে, তেওঁ তোমাক নম্ৰ কৰিলে, ভোক লগা কৰিলে, আৰু তুমি নজনা আৰু তোমাৰ পূৰ্ব্ব-পুৰুষবিলাকে নজনা মান্না ভোজন কৰালে। [৪] এই চল্লিশ বছৰ, তোমাৰ গাত তোমাৰ কাপৰ পুৰণী হৈ ফাটি যোৱা নাই, আৰু তোমাৰ ভৰিতো পানীজ্বলা ফুটা নাই। [৫] আৰু মানুহে যেনেকৈ আপোন পুতেকক শাস্তি দিয়ে, তেনেকৈ তোমাৰ ঈশ্বৰ যিহোৱায়ো তোমাক শাস্তি দিয়ে, ইয়াকে মনত বিবেচনা কৰা। [৬] তুমি আপোন ঈশ্বৰ যিহোৱাৰ আজ্ঞা পালন কৰি তেওঁৰ পথত চলা, আৰু তেওঁলৈ ভয় কৰা। [৭] কিয়নো তোমাৰ ঈশ্বৰ যিহোৱাই এখন উত্তম দেশলৈ তোমাক লৈ গৈছে ; সেই দেশ পানীৰ জুৰী থকা দেশ, উপত্যকাত আৰু পৰ্ব্বতত ওলোৱা ভুমুক আৰু জলৰ সোঁতৰ দেশ ; [৮] সেই দেশ ঘেঁহু ধান আৰু যব ধান উৎপন্ন হোৱা, আৰু দ্ৰাক্ষালতা, ডিমৰু গছ, আৰু ডালিম গছ থকা দেশ, তেল দিয়া জিতবৃক্ষ থকা আৰু মৌ উৎপন্ন হোৱা দেশ ; [৯] যি দেশত তুমি টানত নপড়াকৈ আহাৰ খাবলৈ পাবা, যি দেশত তোমাৰ কোনো অভাব নহব, যাৰ শিলবোৰ লোহা, আৰু যাৰ পৰ্ব্বত খানি তুমি তাম পাবা, সেয়ে এনে দেশ। [১০] তুমি ভোজন কৰি তৃপ্ত হৈ, তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক যি উত্তম দেশ দিলে, সেই দেশৰ নিমিত্তে তেওঁৰ ধন্যবাদ কৰিবা। [১১] সাৱধান হোৱা ; নহলে, তুমি আপোন ঈশ্বৰ যিহোৱাক পাহৰি, ময় আজি তোমাক আদেশ কৰা তেওঁৰ আজ্ঞা, শাসন-প্ৰণালী, আৰু বিধিবোৰ পালন নকৰিবা ; [১২] আৰু তুমি ভোজন কৰি তৃপ্ত হলে, উত্তম ঘৰ সাজি তাত বাস কৰিলে, [১৩] তোমাৰ গৰু, মেৰ, আৰু ছাগৰ জাক বৃদ্ধি পালে, তোমাৰ সোণ ৰূপ অধিক হলে, তোমাৰ সকলো সম্পত্তি বাঢ়ি গলে, [১৪] আৰু যি জনাই বন্দী-ঘৰস্বৰূপ মিচৰ দেশৰ পৰা তোমাক উলিয়াই আনিলে, [১৫] আৰু তোমাৰ ভাবি-মঙ্গলৰ অৰ্থে তোমাক নম্ৰ আৰু পৰীক্ষা কৰিবলৈ, পোৰণি ধৰোৱা সাপ আৰু কেঁকোৰা-বিছা থকা মহৎ আৰু ভয়ানক অৰণ্যেদি, আৰু কোনো পানী নথকা মৰুভূমিয়েদি তোমাক লৈ ফুৰাইছিল, চকমকি পাথৰৰ নিচিনা টান শিলৰ পৰা তোমাৰ নিমিত্তে পানী উলিয়াইছিল, [১৬] আৰু তোমাৰ পূৰ্ব্ব-পুৰুষবিলাকে নজনা মান্না অৰণ্যত তোমাক খুৱাইছিল, তোমাৰ মন ওফন্দাত তোমাৰ সেই ঈশ্বৰ যিহোৱাক পাহৰিবা, [১৭] আৰু তুমি মনতে কবা, যে, মুয় আপোন বল আৰু হাতৰ শক্তিৰেহে এই সম্পত্তি পালোঁ। [১৮] কিন্তু তুমি আপোন ঈশ্বৰ যিহোৱাক সোঁৱৰণ কৰিবা ; কিয়নো তোমাৰ পূৰ্ব্ব-পুৰুষবিলাকৰ আগত শপথ কৰা আপোন নিয়মটী আজিৰ নিচিনাকৈ সিদ্ধ কৰিবলৈ তেৱেঁই তোমাক সম্পত্তি পাবলৈ শক্তি দিয়ে। [১৯] আৰু যদি তুমি কোনো ৰূপে আপোন ঈশ্বৰ যিহোৱাক পাহৰি, আন দেৱতাবোৰৰ পাছত চলা, সেইবোৰক সেৱাপূজা কৰা, আৰু সেইবোৰৰ আগত প্ৰণিপাত কৰা, তেন্তে ময় তোমালোকৰ অহিতে আজি এই সাক্ষ্য দিছোঁ, যে, তোমালোক নিশ্চয়ে বিনষ্ট হবা। [২০] তোমালোকৰ সাক্ষাতে যিহোৱাই যি জাতিবোৰক বিনষ্ট কৰিছে, তোমালোকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ বাক্য নুশুনাৰ কাৰণে, সিহঁতৰ দৰে তোমালোকো বিনষ্ট হবা।

ইস্ৰায়েলে আপোন ধাৰ্ম্মিকতায়ে আধিপত্য নোপোৱা। সিহঁবিলাকৰ অবাধ্যতাৰ বিবৰণ।

**৯** হে ইস্ৰায়েল, শুনা ; তোমাতকৈ মহৎ আৰু পৰাক্ৰমী জাতিবোৰ, আৰু আকাশ-লম্বা গড়েৰে আবৃত বৃহৎ নগৰবোৰ অধিকাৰ কৰিবলৈ, [২] আৰু যাক তুমি জানা, আৰু যাৰ বিষয়ে কোৱা তুমি শুনিলা, যে, অনাকৰ সন্তানবিলাকৰ আগত কোন থিয় হব পাৰে ? তুমি এনে মহৎ আৰু দীৰ্ঘকায় জাতিক অধিকাৰ কৰিবলৈ, তুমি যৰ্দ্দন পাৰ হৈ এতিয়া যাব লাগিব। [৩] এই হেতুকে আজি তুমি জানিবা, যে, গ্ৰাসকাৰী অগ্নিৰ নিচিনা হৈ তোমাৰ আগে আগে যাওঁতা জনা তোমাৰ ঈশ্বৰ যিহোৱাহে ; তেৱেঁই সিহঁতক সংহাৰ কৰিব ; তেৱেঁই তোমাৰ আগত সিহঁতক নত কৰিব ; তাতে তুমি তোমাক কোৱা যিহোৱাৰ বাক্য অনুসাৰে সিহঁতৰ আধিপত্য গুচাই শীঘ্ৰে সিহঁতক বিনষ্ট কৰিবা। [৪] আৰু তোমাৰ ঈশ্বৰ যিহোৱাই তোমাৰ আগৰ পৰা সিহঁতক দূৰ কৰাৰ পাছত, মোৰ ধাৰ্ম্মিকতাৰ গুণেহে যিহোৱাই মোক এই দেশ অধিকাৰ কৰাবলৈ

আনিছে, মনতে এনে কথা নকবা; কিন্তু সেই জাতিবোরর দুষ্টতার গুণেহে যিহোৱাই সিহঁতক তোমার আগর পরা দূর করিছে। [5] তুমি সিহঁতর দেশ যে অধিকার করিবলৈ গৈছা, এয়ে তোমার ধার্ম্মিকতার গুণে নহয়, আরু মনর সরলতার কারণেও নহয়; কিন্তু সেইবোর জাতির দুষ্টতার কারণে, আরু তোমার পূর্ব্ব-পুরুষ অব্রাহাম, ইচ্‌হাক, আরু যাকোবর আগত যিহোৱাই শপথ করা আপোন বাক্য সিদ্ধ করিবর অর্থেহে তোমার ঈশ্বর যিহোৱাই তোমার আগর পরা সিহঁতক দূর করিছে। [6] এই হেতুকে তুমি জানিবা, তোমার ধার্ম্মিকতার গুণেহে যে তোমার ঈশ্বর যিহোৱাই অধিকার করিবর অর্থে তোমাক এই উত্তম দেশ দিছে, সেয়ে নহয়; কিয়নো তুমি ঠরডিঙীয়া জাতি। [7] আরু তুমি অরণ্যর মাজত আপোন ঈশ্বর যিহোৱার ক্রোধ কেনেকৈ জন্মালা, তাক সোঁৱরণ করা, নেপাহরিবা; মিচর দেশর পরা ওলাই অহা দিনরে পরা এই ঠাই পোৱালৈকে তোমালোকে যিহোৱার অহিতে বিদ্রোহ-আচরণ করি আহিছা। [8] হোরেবতো তোমালোকে যিহোৱার ক্রোধ জন্মাইছিলা; তাতে যিহোৱাই তোমালোকর ওপরত ক্রুদ্ধ হৈ তোমালোকক বিনষ্ট করিব খুজিছিল। [9] যি কালত ময় শিলর ফলি দুখন ফলি, অর্থাৎ তোমালোকে সৈতে যিহোৱাই করা নিয়মটীর ফলি দুখন গ্রহণ করিবর অর্থে পর্ব্বতলৈ উঠি গৈছিলোঁ, সেই কালত দিনে-রাতিয়ে চল্লিশ দিন আহার পানী নোখোৱাকৈ পর্ব্বতত আছিলোঁ। [10] আরু যিহোৱাই ঈশ্বরর আঙ্গুলিরে লিখা সেই ফলি দুখন মোক দিলে; সমাজ গোট খোৱা দিনা পর্ব্বতত অগ্নির মাজর পরা যিহোৱাই তোমালোকক যি যি কৈছিল, সেই দরে সকলো বাক্য ফলি দুখনত লিখা আছিল। [11] দিনে-রাতিয়ে সেই চল্লিশ দিনর মূরত যিহোৱাই শিলর সেই ফলি দুখন, [12] নিয়মটীর ফলি দুখন মোক দি কলে, উঠা, এই ঠাইর পরা বেগাই নামি যোৱা; কিয়নো তোমার যি লোকবিলাকক তুমি মিচর দেশর পরা উলিয়াই আনিলা, সিহঁতে ভ্রষ্ট হৈ ময় আজ্ঞা করা পথ বেগাই এরি আপোনাবিলাকর নিমিত্তে সাঁচত ঢলা এটা মূর্ত্তি নির্ম্মাণ করিলে। [13] যিহোৱাই মোক আরু কলে, ময় সেই লোকবিলাকলৈ দৃষ্টি করি দেখিলোঁ, সিবিলাক ঠরডিঙীয়া জাতি; [14] তুমি মোক এরি দিয়া, ময় সিবিলাকক বিনষ্ট করি আকাশর তলর পরা সিবিলাকর নাম লুপ্ত করোঁ; কিন্তু তোমাক হলে, সিবিলাকতকৈ পরাক্রমী আরু মহৎ জাতি করিম। [15] তাতে ময় ঘূরি পর্ব্বতর পরা নামি আহিলোঁ; সেই পর্ব্বত জুইরে জ্বলি আছিল; আরু মোর দুখন হাতত নিয়মটীর দুখন ফলি আছিল। [16] পাছে ময় চাই দেখিলোঁ, তোমালোকে আপোনাবিলাকর নিমিত্তে সাঁচত ঢলা এটা দামুরি নির্ম্মাণ করি, আপোনাবিলাকর ঈশ্বর যিহোৱার বিরুদ্ধে পাপ করিলা, যিহোৱাই আজ্ঞা করা পথ শীঘ্রে এরিলা। [17] তাতে ময় ফলি দুখন ধরি মোর দুখন হাতর পরা পেলাই তাক তোমালোকর চকুর আগতে ভাঙ্গিলোঁ। [18] আরু তোমালোকে যিহোৱাক বেজার দিবর অর্থে তেওঁর দৃষ্টিত কুকর্ম্ম করি যি পাপ করিছিলা, তোমালোকর সেই সকলো পাপর নিমিত্তে ময় পূর্ব্বর দরেই দিনে-রাতিয়ে চল্লিশ দিন আহার পানী নোখোৱাকৈ যিহোৱার আগত উবুরি হৈ পড়ি আছিলোঁ। [19] কিয়নো, তোমালোকক বিনষ্ট করিবলৈ তোমালোকর বিরুদ্ধে যিহোৱাই করা ক্রোধ আরু প্রচণ্ড কোপর কারণে ময় বর ভয় পাইছিলোঁ; কিন্তু সেইবারতো যিহোৱাই মোর নিবেদন শুনিলে। [20] আরু যিহোৱাই হারোণক বিনষ্ট করিবলৈ তেওঁর বিরুদ্ধে অতিশয় ক্রুদ্ধ হলত, ময় তেতিয়া হারোণর নিমিত্তেও প্রার্থনা করিলোঁ। [21] আরু তোমালোকর পাপ, অর্থাৎ তোমালোকে নির্ম্মাণ করা দামুরিটো ময় জুইত পুরিলোঁ, আরু সেয়ে ধূলির নিচিনা মিহি নহলমানে তাক ভাঙ্গি মিহিকৈ পিহিলোঁ, পাছে পর্ব্বতর পরা বৈ অহা জুরীত তার ধূলি পেলাই দিলোঁ। [22] পাছে তোমালোকে তবিয়েরাত, মচ্চাত, আরু কিব্রোৎ-হত্তাবাত যিহোৱার ক্রোধ জন্মাইছিলা। [23] তার পাছে, যিহোৱাই যি সময়ত কাদেচ-বর্ণেয়ার পরা তোমালোকক পঠাই কলে, তোমালোক উঠি যোৱা, ময় তোমালোকক যি দেশ দিছোঁ, তোমালোকে তাক অধিকার করা, সেই কালতো তোমালোকে আপোন ঈশ্বর যিহোৱার আজ্ঞার বিরুদ্ধে আচরণ করি,

তেওঁৰ কথা নপতিয়ালা, আৰু তেওঁৰ বাক্যত কাণ নিদিলা। [২৪] তোমালোকে সৈতে ময় চিনাকী হোৱা দিনৰে পৰা তোমালোকে যিহোৱাৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ কৰি আহিছা। [২৫] যি হওক, ময় দিনে-ৰাতিয়ে উবুৰি হোৱাৰ সেই চল্লিশ দিন যিহোৱাৰ আগত উবুৰি হৈ পড়ি আছিলোঁ; কিয়নো যিহোৱাই, তোমালোকক বিনষ্ট কৰিম বুলি কৈছিল; [২৬] আৰু ময় যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কৈছিলোঁ, যে, হে মোৰ প্ৰভু যিহোৱা, তুমি আপোন মহিমাৰে মুক্ত কৰা, আৰু বলবান হাতেৰে মিচৰৰ পৰা উলিয়াই অনা আপোন আধিপত্যস্বৰূপ প্ৰজাবিলাকক বিনষ্ট নকৰিবা; [২৭] আপোন দাস অব্ৰাহাম, ইচ্‌হাক, আৰু যাকোবক সোঁৱৰণ কৰা; এই লোকবিলাকৰ এগুৱামি, দুষ্টতা, আৰু পাপলৈ দৃষ্টি নকৰিবা; [২৮] কৰিলে, তুমি আমাক যি দেশৰ পৰা উলিয়াই আনিলা, সেই দেশৰ লোকবিলাকে কব, যিহোৱাই সিহঁতক যি দেশ দিম বুলি প্ৰতিজ্ঞা কৰিছিল, সেই দেশলৈ সিহঁতক নিব নোৱাৰি, আৰু সিহঁতক ঘিণ কৰি, তেওঁ অৰণ্যত বধ কৰিবৰ নিমিত্তে সিহঁতক উলিয়াই নিলে। [২৯] তথাপি আপোন মহাশক্তিৰে আৰু মেলা বাহুৰে উলিয়াই অনা তোমাৰ আধিপত্যস্বৰূপ প্ৰজা এইবিলাকেইহে।

১০ সেই সময়ত যিহোৱাই মোক কৈছিল, তুমি প্ৰথমৰ দৰেই দুখন শিলৰ ফলি কাটি লৈ, মোৰ ওচৰিলৈ পৰ্ব্বতলৈ উঠা, আৰু কাঠৰ এটা চন্দুকো নিৰ্ম্মাণ কৰা। [২] তুমি ভঙা প্ৰথম দুখন শিলৰ ফলিত যি যি বাক্য লিখা আছিল, তাক ময় সেই শিলৰ ফলি দুখনত লিখিম; পাছে তুমি তাক সেই চন্দুকত থবা। [৩] তাতে ময় চিটীম কাঠৰ এটা চন্দুক সাজিলোঁ, আৰু প্ৰথমৰ দৰে শিলৰ দুখন ফলি কাটি, সেই ফলি দুখন হাতত লৈ পৰ্ব্বতত উঠিলোঁ। [৪] পাছে, সমাজ গোট খোৱা দিনা পৰ্ব্বতত অগ্নিৰ মাজৰ পৰা যিহোৱাই যি দহ আজ্ঞা তোমালোকক কৈছিল, তাক প্ৰথমে লিখাৰ দৰেই তেওঁ সেই দুখন ফলিত লিখি মোক দিলে। [৫] তাৰ পাছে ময় মুখ ঘূৰাই পৰ্ব্বতৰ পৰা নামি, মোক দিয়া যিহোৱাৰ আজ্ঞা অনুসাৰে ফলি দুখন আপুনি সজা চন্দুকত থলোঁ, আৰু দুয়োখন তাতেই আছে। [৬] (ইস্ৰায়েলৰ সন্তানবিলাকে বেৰোৎ-বনেই-যাকনৰ পৰা মোচেৰালৈ যাত্ৰা কৰিলে; সেই ঠাইতে হাৰোণ মৰিল, আৰু সেই ঠাইতে তেওঁক মৈদাম দিয়া হল; আৰু তেওঁৰ পুত্ৰ ইলিয়াজৰে তেওঁৰ সলনি পুৰোহিতৰ কাৰ্য্য কৰিবলৈ ধৰিলে। [৭] সেই ঠাইৰ পৰা সিবিলাকে গুদ্‌গোদালৈ যাত্ৰা কৰিলে, আৰু গুদ্‌গোদাৰ পৰা জুৰী থকা যট্‌বাথা নামেৰে দেশলৈ গল।) [৮] সেই সময়ত, যিহোৱাৰ নিয়ম-চন্দুক বৈ নিবলৈ, যিহোৱাৰ পৰিচৰ্য্যা কৰিবৰ নিমিত্তে তেওঁৰ আগত থিয় হবলৈ, আৰু তেওঁৰ নামেৰে আশীৰ্ব্বাদ দিবলৈ, যিহোৱাই লেবী ফৈদক পৃথক কৰিলে, এতিয়ালৈকে সেই ৰূপে চলি আছে। [৯] এই নিমিত্তে আপোন ভাইবিলাকে সৈতে লেবীয়াবিলাকে কোনো ভাগ কি অধিকাৰ পোৱা নাই; তোমাৰ ঈশ্বৰ যিহোৱাই সিবিলাকক কোৱাৰ দৰে যিহোৱায়েই সিবিলাকৰ আধিপত্য। [১০] ময় পূৰ্ব্বৰ দৰেই দিনে-ৰাতিয়ে চল্লিশ দিন পৰ্ব্বতত আছিলোঁ; আৰু যিহোৱাই সেইবাৰতো মোৰ নিবেদন শুনিলে; তোমাক বিনষ্ট কৰিবলৈ যিহোৱাৰ মন নহল। [১১] পাছে যিহোৱাই মোক কলে, উঠা, তুমি লোকবিলাকৰ আগে আগে যাত্ৰা কৰা; ময় সিবিলাকক যি দেশ দিবলৈ সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকৰ আগত শপত কৰিছিলোঁ, সিবিলাকেই সেই দেশত সোমাই তাক অধিকাৰ কৰোক।

আজ্ঞা পালন কৰিবলৈ উপদেশ। আশীৰ্ব্বাদ আৰু শাও।

[১২] হে ইস্ৰায়েল, এতিয়া, তোমাৰ ঈশ্বৰ যিহোৱাক ভয় কৰাৰ, তেওঁৰ সকলো পথত চলাৰ, তেওঁক প্ৰেম কৰাৰ, সকলো মন ও সকলো প্ৰাণেৰে তোমাৰ ঈশ্বৰ যিহোৱাৰ আৰাধনা কৰাৰ, [১৩] আৰু আজি ময় তোমাৰ হিতৰ অৰ্থে যিহোৱাৰ যি যি আজ্ঞা আৰু বিধি তোমাক দিছোঁ, সেই সকলোকে পালন কৰাৰ বাহিৰে তোমাৰ ঈশ্বৰ যিহোৱাই তোমাৰ পৰা আৰু কি খুজিছে? [১৪] দেখা, স্বৰ্গ আৰু স্বৰ্গৰো স্বৰ্গ, আৰু পৃথিবী ও তাত থকা সকলো তোমাৰ ঈশ্বৰ যিহোৱাৰেই। [১৫] যিহোৱাই প্ৰেম

কৰিবলৈ কেৱল তোমাৰ পূৰ্ব্ব-পুৰুষবিলাকতহে সন্তোষ পাইছিল; এই নিমিত্তে তেওঁ সিবিলাকৰ পাছৰ বংশক, আজিৰ দৰে সকলো জাতিৰ মাজত তোমালোককেই মনোনীত কৰিলে। [১৬] এতেকে তোমালোকে আপোন আপোন হৃদয়স্বৰূপ নিজৰ অগ্ৰচৰ্ম্ম ছেদন কৰা, ঠৰডিঙীয়া নহবা আৰু। [১৭] কিয়নো তোমালোকৰ ঈশ্বৰ যিহোৱা, ঈশ্বৰৰো ঈশ্বৰ আৰু প্ৰভুৰো প্ৰভু, কাৰো মুখ নোচোৱা, ভেঁটি নোখোৱা, মহান, পৰাক্ৰমী, আৰু ভয়ানক ঈশ্বৰ। [১৮] তেওঁ পিতৃহীন আৰু বিধৱাৰ বিচাৰ নিষ্পত্তি কৰোঁতা, আৰু বিদেশীক প্ৰেম কৰি অন্ন-বস্ত্ৰ দিওঁতা। [১৯] এই হেতুকে তোমালোকে বিদেশীক প্ৰেম কৰিবা; কিয়নো মিচৰ দেশত তোমালোকো বিদেশী আছিলা। [২০] তুমি আপোন ঈশ্বৰ যিহোৱাকেই ভয় কৰিবা, তেওঁৰেই আৰাধনা কৰিবা, তেওঁতেই আসক্ত হবা, আৰু তেওঁৰ নামেৰেই শপথ কৰিবা। [২১] তেৱেঁই তোমাৰ প্ৰশংসা-ভূমি; তুমি আপোন চকুৰে দেখা সেই মহৎ আৰু ভয়ানক কাৰ্য্যবোৰ তোমাৰ নিমিত্তে কৰা তেৱেঁই তোমাৰ ঈশ্বৰ। [২২] তোমাৰ পূৰ্ব্ব-পুৰুষ কেৱল সত্তৰ জন প্ৰাণী মিচৰলৈ নামি গৈছিল; কিন্তু এতিয়া তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক আকাশ-মণ্ডলৰ তৰাবোৰৰ দৰে বহুসংখ্যক কৰিলে।

**১১** এতেকে তুমি আপোন ঈশ্বৰ যিহোৱাক প্ৰেম কৰি, তেওঁৰ পালনীয়, তেওঁৰ বিধি, শাসন-প্ৰণালী, আৰু আজ্ঞাবোৰ নিতৌ পালন কৰিবা। [২] তোমালোকৰ ঈশ্বৰ যিহোৱাৰ শাস্তি, তেওঁৰ মহিমা, বলৱান হাত, মেলা বাহু, [৩] তেওঁৰ চিন, মিচৰৰ মাজত মিচৰৰ ফৰৌণ ৰজা আৰু তেওঁৰ গোটেই দেশলৈ কৰা তেওঁৰ কাৰ্য্য, [৪] আৰু মিচৰৰ সৈন্যসামন্তলৈ, তেওঁৰ ঘোঁৰা আৰু ৰথলৈ কৰা তেওঁৰ কাৰ্য্য, অৰ্থাৎ সিহঁতে তোমালোকৰ পাছে পাছে খেদি অহা কালত, যিহোৱাই কি ৰূপে চুফ সাগৰৰ পানী সিহঁতৰ ওপৰলৈ বোৱাই নিলে, আৰু সিহঁতক বিনষ্ট কৰিলে, (সিহঁত আজিলৈকে বিনষ্ট হোৱা অৱস্থাত আছে) [৫] তোমালোকে এই ঠাই পোৱালৈকে তেওঁ তোমালোকৰ নিমিত্তে অৰণ্যৰ মাজত কি কৰিছিল, [৬] আৰু ৰূবেণৰ সন্তান ইলীয়াবৰ পুতেক দাথন আৰু অবীৰামলৈ কি কৰিছিল, পৃথিবীয়ে কেনেকৈ আপোন মুখ মেলি সকলো ইস্ৰায়েলৰ মাজত সিহঁতক, সিহঁতৰ পৰিয়ালক, সিহঁতৰ তাম্বু, আৰু সিহঁতৰ অনুগামী সকলো প্ৰাণীকে গ্ৰাস কৰিছিল, সেই সকলোকে আজি তোমালোকে জানিব লাগে; (কিয়নো সেইবোৰ কাৰ্য্য নজনা আৰু নেদেখা তোমালোকৰ সন্তানবিলাকক মই কৈছোঁ, এনে নহয়) [৭] কিয়নো যিহোৱাই কৰা তেওঁৰ সেইবোৰ মহৎ কৰ্ম্ম তোমালোকে আপোন চকুৰেই দেখিছিলা। [৮] এই হেতুকে, তোমালোকে যি দেশ অধিকাৰ কৰিবলৈ পাৰ হৈ যাবা, বলৱান হৈ সেই দেশত সোমাই তাক অধিকাৰ কৰিবলৈ, [৯] আৰু যিহোৱাই তোমালোকৰ পূৰ্ব্ব-পুৰুষবিলাকক আৰু সিবিলাকৰ বংশক যি দেশ দিবলৈ শপথ কৰিছিল, সেই দুগ্ধ মধু বোৱা দেশত তোমালোকৰ আয়ুষ দীঘল হবলৈ, আজি মই তোমালোকক যি ব্যৱস্থা দিওঁ, তোমালোকে সেই গোটেই ব্যৱস্থা পালন কৰিবা। [১০] কিয়নো যি দেশ অধিকাৰ কৰিবলৈ গৈছা, সেই দেশ তোমালোক ওলাই অহা মিচৰ দেশৰ নিচিনা নহয়; সেই দেশত তোমালোকে শস্য বৈ, শাক বাৰীৰ নিচিনাকৈ ভৰিৰ সহায়ত পানী দিছিলা। [১১] কিন্তু তোমালোকে যি দেশ অধিকাৰ কৰিবলৈ পাৰ হৈ যাবা, সেয়ে পৰ্ব্বত আৰু উপত্যকা থকা দেশ, আৰু তাৰ মাটিয়ে আকাশৰ বৰষুণৰ পানী পান কৰে; [১২] তোমাৰ ঈশ্বৰ যিহোৱাই সেই দেশৰ বুজ-বিচাৰ লয়; তোমাৰ ঈশ্বৰ যিহোৱাৰ চকু তালৈ সদায় বছৰৰ আৰম্ভণৰে পৰা বছৰৰ শেষলৈকে থাকে।

[১৩] আৰু মই আজি তোমালোকক যিবোৰ আজ্ঞা দিছোঁ, তোমালোকে যদি যত্নেৰে সেইবোৰ পালন কৰি আপোনাৰ সকলো মন আৰু সকলো প্ৰাণেৰে সৈতে আপোন ঈশ্বৰ যিহোৱাক প্ৰেম কৰা আৰু তেওঁৰ আৰাধনা কৰা, [১৪] তেন্তে, তুমি আপোনাৰ শস্য, দ্ৰাক্ষাৰস, আৰু তেল গোটাই লবলৈ, তোমালোকৰ দেশৰ বৰষুণ, আগতীয়া আৰু শেষতীয়া বৰষুণ মই উচিত সময়ত দিম; [১৫] আৰু তোমাৰ পশুবোৰৰ নিমিত্তে পথাৰত ঘাঁহ দিম; তুমি খাই তৃপ্ত হবা। [১৬] তোমালোকে আপোনা-

বিলাকৰ নিমিত্তে সাৱধান হবা; নহলে তোমালোকৰ মন ভোল গৈ, তোমালোকে ঘূৰি আন দেৱতাবোৰক সেৱা-পূজা কৰিবা, আৰু সেইবোৰৰ আগত প্ৰণিপাত কৰিবা; [১৭] আৰু বৰষুণ নহবলৈ, আৰু ভূমিয়ে আপোন ফল উৎপন্ন নকৰিবলৈ, তোমালোকলৈ যিহোৱাই ক্ৰোধেঁৰে প্ৰজ্বলিত হৈ, আকাশ বন্ধ কৰিব; তাতে, যিহোৱাই তোমালোকক যি দেশ দিছে, সেই উত্তম দেশৰ পৰা তোমালোক শীঘ্ৰে উচ্ছন্ন হবা। : [১৮] এতেকে তোমালোকে মোৰ এইবোৰ বাক্য আপোন আপোন হৃদয়ত আৰু মনত ৰাখিবা, আৰু চিনস্বৰূপে আপোন আপোন হাতত বান্ধিবা, আৰু সেইবোৰ তোমালোকৰ দুই চকুৰ মাজত ভূষণস্বৰূপ হব লাগে। [১৯] আৰু তুমি ঘৰত বহোঁতে বা বাটত যাওঁতে, আৰু শোওঁতে বা উঠোঁতে, সেইবোৰৰ বিষয়ে কথাবাৰ্ত্তা হৈ তোমালোকে আপোন আপোন সন্তানবিলাকক শিকাবা। [২০] আৰু যিহোৱাই তোমালোকৰ পূৰ্ব্ব-পুৰুষবিলাকক যি দেশ দিম বুলি সিবিলাকৰ আগত শপথ কৰিছিল, সেই দেশত তোমালোকৰ আৰু তোমালোকৰ সন্তানবিলাকৰো জীৱনৰ কাল পৃথিবীৰ ওপৰত আকাশ-মণ্ডল থকা কালৰ নিচিনাকৈ অধিক হবৰ নিমিত্তে, [২১] তুমি আপোন ঘৰৰ দুৱাৰৰ খুঁটাত আৰু বাহিৰৰ দুৱাৰত সেইবোৰ লিখি ৰাখিবা; [২২] কিয়নো, এই যি ব্যৱস্থা মই তোমালোকক দিছোঁ, তোমালোকে যদি যত্নেৰে সেই গোটেই ব্যৱস্থা পালন কৰি, আৰু সেই মতে কাৰ্য্য কৰি আপোন ঈশ্বৰ যিহোৱাক প্ৰেম কৰা, তেওঁৰ সকলো পথত চলা, আৰু তেওঁত আসক্ত হোৱা, [২৩] তেন্তে যিহোৱাই তোমালোকৰ আগৰ পৰা এই আটাই জাতিবোৰক দূৰ কৰিব, আৰু তোমালোকে আপোনাবিলাকতকৈ মহৎ আৰু পৰাক্ৰমী জাতিবোৰৰ আধিপত্য ভোগ কৰিবা। [২৪] তোমালোকে যি যি ঠাইত ভৰি দিবা, সেই সকলো ঠাই তোমালোকৰেই হব; অৰণ্য, লিবানোন, আৰু নদী অৰ্থাৎ ফৰাৎ নদীৰ পৰা পশ্চিম সাগৰলৈকে তোমালোকৰ সীমা হব। [২৫] তোমালোকৰ আগত কোনেও থিৰ হব নোৱাৰিব; তোমালোকে যি দেশত ভৰি দিবা, সেই গোটেই দেশত তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকক কোৱা বাক্য অনুসাৰে তেওঁ তোমালোকৰ পৰা ভয় আৰু ত্ৰাস জন্মাব।

[২৬] দেখা, আজি মই তোমালোকৰ আগত আশীৰ্ব্বাদ আৰু শাও ৰাখিছোঁ। [২৭] আজি মই তোমালোকক যিবোৰ আজ্ঞা দিছোঁ, তোমালোকৰ ঈশ্বৰ যিহোৱাৰ সেই আটাই আজ্ঞালৈ যদি কাণ দিয়া, তেন্তে তোমালোকে সেই আশীৰ্ব্বাদ পাবা; [২৮] আৰু যদি আপোন ঈশ্বৰ যিহোৱাৰ আজ্ঞাবোৰলৈ কাণ নিদি, মই আজি তোমালোকক যি পথত চলিবলৈ আজ্ঞা দিছোঁ, তোমালোকে নজনা আন দেৱতাৰ পাছত চলিবলৈ সেই পথ এৰা, তেন্তে সেই শাও পাবা।

[২৯] আৰু তুমি যি দেশ অধিকাৰ কৰিবলৈ গৈছা, সেই দেশত তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক যেতিয়া সুমুৱাব, তেতিয়া তুমি গৰিজ্জীম পৰ্ব্বতত সেই আশীৰ্ব্বাদ, আৰু এবল পৰ্ব্বতত সেই শাও প্ৰকাশ কৰিবা। [৩০] সেই দুই পৰ্ব্বত যৰ্দ্দনৰ সিপাৰে, সূৰ্য্য মাৰ যোৱা ফালৰ বাটৰ সিফালে, অৰাবা-নিবাসী কনানীয়াহঁতৰ দেশত, গিল্‌গলৰ সম্মুখত, মোৰিৰ এলোন গছবোৰৰ ওচৰত নহয় নে? [৩১] কিয়নো, তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকক যি দেশ দিছে, তাক অধিকাৰ কৰিবৰ অৰ্থে তোমালোকে তাত সোমাবলৈ যৰ্দ্দন পাৰ হৈ যাবা, আৰু তোমালোকে তাক অধিকাৰ কৰি তাতে বসতি কৰিবা। [৩২] এই কাৰণে, মই আজি তোমালোকৰ আগত যি যি বিধি আৰু শাসন-প্ৰণালী প্ৰকাশ কৰিছোঁ, সেই সকলোকে পালন কৰি সেই অনুসাৰে কাৰ্য্য কৰিবা।

**ঈশ্বৰৰ আৰাধনাৰ নিমিত্তে বিশেষ ঠাই নিৰূপণ।**

**১২** তোমাৰ পূৰ্ব্ব-পুৰুষবিলাকৰ ঈশ্বৰ যিহোৱাই অধিকাৰৰ অৰ্থে যি দেশ তোমাক দিছে, পৃথিবীত জীয়াই থাকামানে, সেই দেশত তোমালোকে যি যি বিধি আৰু শাসন-প্ৰণালী পালন কৰি সেই মতে কাৰ্য্য কৰিব লাগিব, সেই সকলো বিধি আৰু শাসন-প্ৰণালী এইবোৰ। [২] তোমালোকে যি যি জাতিৰ আধিপত্য লবা, সেই সেই জাতিয়ে ওখ পৰ্ব্বত আৰু উপপৰ্ব্বতৰ ওপৰত, আৰু প্ৰত্যেক কেঁচাপতীয়া গছৰ তলত

যি যি ঠাইতে আপোন আপোন দেৱতাবোৰক পূজা কৰে, সেই সকলো ঠাই তোমালোকে একেবাৰে বিনষ্ট কৰিবা। ³ তোমালোকে সিঁহতৰ যজ্ঞবেদি ভাঙ্গি পেলাবা, সিঁহতৰ স্তম্ভ ডোখৰ ডোখৰ কৰিবা, সিঁহতৰ আচেৰা মূৰ্ত্তি জুইত পুৰি ভস্ম কৰিবা, আৰু সিঁহতৰ দেৱতাৰ সকলো কটা-প্ৰতিমাবোৰ কাটি পেলাবা ; এই ৰূপে সেই ঠাইৰ পৰা সেইবোৰৰ নাম লুপ্ত কৰিবা। ⁴ তোমালোকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱালৈ সেই ৰূপে নকৰিবা ; ⁵ কিন্তু, তোমালোকৰ ঈশ্বৰ যিহোৱাই আপোনাৰ নাম স্থাপন কৰিবৰ নিমিত্তে তোমালোকৰ সকলো ফৈদৰ মাজত যি ঠাই মনোনীত কৰিব, সেই ঠাইলৈ, তেওঁৰ সেই বসতিৰ ঠাইলৈকেই তোমালোকে সুধিবলৈ যাবা, আৰু সেই ঠাইত তুমি উপস্থিত হবা ; ⁶ আৰু তোমালোকে আপোনাবিলাকৰ হোম আদিৰ বলিবোৰ, দশম ভাগ, তোমালোকৰ হাতেৰে তোলা নৈবেদ্য, প্ৰতিজ্ঞা সিদ্ধ কৰিবৰ নিমিত্তে বা আপোন ইচ্ছাৰে এনেই দিয়া নৈবেদ্য, আৰু গৰু মেৰ আদি জাকৰ প্ৰথমে জগাবোৰ আনিবা ; ⁷ আৰু সেই ঠাইতে তোমালোকৰ ঈশ্বৰ যিহোৱাৰ আগত ভোজন কৰিবা, আৰু তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক যিহত আশীৰ্ব্বাদ দিব, তোমালোকে হাত দিয়া সেই সকলো কাৰ্য্যত তোমালোক সপৰিবাৰে আনন্দ কৰিবা। ⁸ আমি এতিয়া ইয়াতে যি যি কাৰ্য্য কৰিছোঁ, সেইবোৰৰ দৰে তোমালোকে নকৰিবা ; প্ৰতিজনে যি ভাল দেখে, তাকে কৰিব নেলাগে ; ⁹ কিয়নো তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক যি বিশ্ৰামস্থান আৰু আধিপত্য দিব, তাত তোমালোকে এতিয়াও সোমোৱা নাই। ¹⁰ কিন্তু যেতিয়া তোমালোকে যৰ্দ্দন পাৰ হৈ, আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাই তোমালোকক অধিকাৰ কৰোৱা দেশত বাস কৰিবা, আৰু চাৰিওফালে থকা আটাই শত্ৰুবোৰৰ পৰা তেওঁ জিৰণি দিয়াত, তোমালোকে নিৰ্ভয়ে বাস কৰিবা, ¹¹ তেতিয়া, তোমালোকৰ ঈশ্বৰ যিহোৱাই আপোনাৰ নাম থাকিবৰ নিমিত্তে যি ঠাই মনোনীত কৰিব, সেই ঠাইলৈ, মই আদেশ কৰা সকলো বস্তু, অৰ্থাৎ আপোন আপোন হোম আদিৰ বলি, দশম ভাগ, তোমালোকৰ হাতেৰে তোলা নৈবেদ্য, আৰু যিহোৱাৰ উদ্দেশে প্ৰতিজ্ঞা কৰা তোমালোকৰ সকলো উত্তম দ্ৰব্যবোৰ তোমালোকে আনিবা ; ¹² আৰু তোমালোকে, তোমালোকৰ পো-জীবিলাকে, তোমালোকৰ বন্দী-বেটীবিলাকে, তোমালোকৰ নগৰৰ দুৱাৰৰ ভিতৰত বাস কৰা লেবীয়া লোকে, (কিয়নো তোমালোকৰ লগত তাৰ ভাগ কি আধিপত্য নাই) তোমালোক সকলোৱে যিহোৱাৰ আগত আনন্দ কৰিবা। ¹³ তুমি দেখা যেই সেই ঠাইতে তোমাৰ হোম-বলি উৎসৰ্গ নকৰিবলৈ সাৱধান হবা ; ¹⁴ কিন্তু তোমাৰ ফৈদবিলাকৰ কোনো এক ফৈদৰ মাজত যিহোৱাই যি ঠাই মনোনীত কৰিব, সেই ঠাইতেহে আপোনাৰ হোম-বলি উৎসৰ্গ কৰিবা, আৰু সেই ঠাইতেহে মই আদেশ কৰা সকলো কাৰ্য্য তুমি কৰিবা। ¹⁵ তথাপি, তোমাৰ প্ৰাণৰ সকলো ইচ্ছামতে, তোমাক আপোন ঈশ্বৰ যিহোৱাই দিয়া আশীৰ্ব্বাদ অনুসাৰে, আপোনাৰ আটাই নগৰৰ দুৱাৰৰ ভিতৰত পশু মাৰি মাংস ভোজন কৰিব পাৰিবা ; শুচি আৰু অশুচি সকলো লোকেই কৃষ্ণ-সাৰ আৰু হৰিণাৰ মাংসৰ নিচিনাকৈ তাক খাব পাৰিব। ¹⁶ কিন্তু তোমালোকে তাৰ তেজ নেখাবা ; তাক পানীৰ দৰে মাটিত ঢালি পেলাবা। ¹⁷ তোমাৰ শস্যৰ, দ্ৰাক্ষাৰসৰ, বা তেলৰ দশম ভাগ, নাইবা গৰু মেৰ আদিৰ প্ৰথমে জগা, বা প্ৰতিজ্ঞা সিদ্ধ কৰিবৰ নিমিত্তে দিয়া কোনো দ্ৰব্য, বা আপোন ইচ্ছাৰে এনেই দিয়া নৈবেদ্য, বা তোমালোকৰ হাতেৰে তোলা নৈবেদ্য তোমালোকে আপোন আপোন নগৰৰ দুৱাৰৰ ভিতৰত খাব নোৱাৰিবা ; ¹⁸ কিন্তু তোমালোকৰ ঈশ্বৰ যিহোৱাই যি ঠাই মনোনীত কৰিব, সেই ঠাইত তোমালোকৰ ঈশ্বৰ যিহোৱাৰ আগত তুমি আৰু তোমাৰ পো-জী, তোমাৰ বন্দী-বেটী, আৰু তোমাৰ নগৰৰ দুৱাৰৰ ভিতৰত থকা লেবীয়া লোকে সেইবোৰ ভোজন কৰিবা ; আৰু তুমি হাত দিয়া সকলো কাৰ্য্যত আপোন ঈশ্বৰ যিহোৱাৰ আগত আনন্দ কৰিবা। ¹⁹ তুমি দেশত জীয়াই থাকামানে লেবীয়া লোকক নেৰিবলৈ সাৱধান হবা।

²⁰ যেতিয়া তোমাৰ ঈশ্বৰ যিহোৱাই তোমালৈ কৰা আপোন প্ৰতিজ্ঞাৰ দৰে তোমাৰ সীমা

বহল করিব, আৰু মঙহ খাবলৈ তোমাৰ মনৰ ইচ্ছা হোৱাত, ময় মঙহ খাম বুলি কবা, তেন্তিয়া তুমি মনৰ সকলো ইচ্ছাৰ দৰে মঙহ খাব পাৰিবা। [২১] তোমাৰ ঈশ্বৰ যিহোৱাই আপোনাৰ নাম স্থাপন কৰিবৰ অৰ্থে যি ঠাই মনোনীত কৰিব, সেয়ে যদি তোমাৰ পৰা বহুৎ দূৰ হয়, তেন্তে তুমি যিহোৱাই তোমাক দিয়া গৰু মেৰ আদি জাকৰ পৰা পশু লৈ, ময় তোমাক দিয়া আজ্ঞা অনুসাৰে মাৰি, আপোন মনৰ ইচ্ছাৰ দৰে নগৰৰ দুৱাৰৰ ভিতৰত ভোজন কৰিব পাৰিবা। [২২] কৃষ্ণ-সাৰ আৰু হৰিণা যেনেকৈ খোৱা যায়, কেৱল তেনেকৈহে তাক খাবা ; শুচি বা অশুচি সকলো লোকে সমানে তাক ভোজন কৰিব পাৰিব। [২৩] কেৱল তেজ নেখাবলৈ অতি সাৱধান হবা ; কিয়নো তেজেই প্ৰাণ ; এই হেতুকে মঙহে সৈতে প্ৰাণ নেখাবা। [২৪] তুমি তাক নেখাই পানীৰ দৰে মাটিত ঢালি দিবা। [২৫] যিহোৱাৰ দৃষ্টিত যি ভাল, তাক কৰাত, তোমাৰ আৰু তোমাৰ ভাবি-সন্তানবিলাকৰ মঙ্গল হবৰ নিমিত্তে তুমি তাক ভোজন নকৰিবা। [২৬] কেৱল তোমাৰ পবিত্ৰ দ্ৰব্য আৰু সঙ্কল্প কৰা বস্তু, যিহোৱাই যি ঠাই মনোনীত কৰিব, সেই ঠাইলৈ লৈ যাবা। [২৭] আৰু তোমাৰ ঈশ্বৰ যিহোৱাৰ যজ্ঞবেদিৰ ওপৰত তোমাৰ হোম-বলি অৰ্থাৎ মঙহ আৰু তেজ উৎসৰ্গ কৰিবা, আৰু আন বলিৰ তেজ আপোন ঈশ্বৰ যিহোৱাৰ যজ্ঞবেদিৰ ওপৰত ঢলা হব লাগিব ; পাছে তুমি তাৰ মঙহ খাব পাৰিবা। [২৮] তুমি আপোন ঈশ্বৰ যিহোৱাৰ দৃষ্টিত যি ভাল আৰু ন্যায়, তাক কৰাত তোমাৰ আৰু তোমাৰ ভাবি-সন্তানবিলাকৰো চিৰকাল মঙ্গল হবৰ নিমিত্তে, তোমালোকে সাৱধান হৈ ময় আজ্ঞা কৰা এই সকলো বাক্য মান্য কৰা।

[২৯] তুমি যি জাতিবিলাকৰ আধিপত্য লবলৈ গৈছা, সিহঁতক তোমাৰ ঈশ্বৰ যিহোৱাই তোমাৰ আগৰ পৰা দূৰ কৰাৰ পাছত, যেতিয়া সিহঁতৰ আধিপত্য ভোগ কৰি সিহঁতৰ দেশত বাস কৰিবা, তেতিয়া সাৱধান হবা ; [৩০] নহলে তোমাৰ আগৰ পৰা সিহঁত বিনষ্ট হৈ যোৱাৰ পাছে, তুমি সিহঁতৰ দৰে কাৰ্য্য কৰিবলৈ সিহঁতৰ ফান্দত পৰিবা ; আৰু, এই জাতিবিলাকে আপোন আপোন দেৱতাক কি ৰূপে সেৱাপূজা কৰিছিল ? ময়ো সেই ৰূপে কৰিম, এই বুলি কৈ সিহঁতৰ দেৱতাবোৰৰ গুৰিত পৰামৰ্শ লবলৈ যাবা। [৩১] তুমি আপোন ঈশ্বৰ যিহোৱাৰ উদ্দেশে সেই ৰূপে নকৰিবা ; কিয়নো সিহঁতে আপোনাবিলাকৰ দেৱতাবোৰৰ উদ্দেশে, যিহোৱাই ঘিণ কৰা তেওঁৰ আটাই ঘিণলগীয়া কাৰ্য্য কৰে, এনে কি, সেই দেৱতাবোৰৰ উদ্দেশে আপোন আপোন পো-জীবোৰকেই জুইত পোৰে।

[৩২] ময় তোমালোকক যি যি আজ্ঞা কৰিছোঁ, তোমালোকে সেই সকলোকেই পালন কৰি সেই মতে কাৰ্য্য কৰিবা ; তোমালোকে তাত কোনো কথা যোগ নকৰিবা, বা তাৰ পৰা কোনো কথা কম নকৰিবা।

দেৱপূজা কৰিবলৈ অপথে নিয়া লোকৰ দণ্ড।

**১৩** যদি তোমাৰ মাজত কোনো ভাববাদী, বা সপোন দেখোঁতা ওলায়, আৰু সি তোমাক চিন বা অদ্ভুত লক্ষণ দেখুৱায়, [২] আৰু তুমি নজনা যি দেৱতাবোৰৰ সম্বন্ধে সি তোমাক কৈছিল, বোলে, আহঁা, আমি আন দেৱতাৰ পাছত চলি সেইবোৰক সেৱাপূজা কৰোঁগৈ, [৩] সেই দেৱতাবোৰৰ বিষয়ে দেখুউৱা চিন বা অদ্ভুত লক্ষণ যদি ফলিয়ায়, তেন্তে সেই ভাববাদী বা সপোন দেখোঁতাৰ কথালৈ তুমি কাণ নকৰিবা ; কিয়নো, তোমালোকে আপোন আপোন সকলো মনেৰে আৰু সকলো প্ৰাণেৰে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাক প্ৰেম কৰা নে নকৰা, তাক জানিবৰ নিমিত্তে তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকক পৰীক্ষা কৰে। [৪] তোমালোকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰেই পাছত চলিবা, তেওঁকেই ভয় কৰিবা, তেওঁৰেই আজ্ঞা পালন কৰিবা, তেওঁৰ কথাতেই মন দিবা, তেওঁৰেই আৰাধনা কৰিবা, আৰু তেওঁতেই আসক্ত হবা। [৫] আৰু তেনে ভাববাদীৰ বা সপোন দেখোঁতাৰ প্ৰাণদণ্ড কৰিব লাগিব ; কিয়নো, মিচৰ দেশৰ পৰা তোমালোকক উলিয়াই অনা, বন্দী-ঘৰৰ পৰা তোমালোকক মুক্ত কৰা তোমালোকৰ ঈশ্বৰ যিহোৱাই যি পথত চলিবলৈ তোমালোকক আজ্ঞা কৰিছে,

সেই পথৰ পৰা তোমাক এফলীয়া কৰিবৰ নিমিত্তে, সি তেওঁৰ বিৰুদ্ধে বিদ্ৰোহৰ কথা কলে; এই ৰূপে তুমি আপোনাৰ মাজৰ পৰা তেনে দুষ্টতা দূৰ কৰিবা।

৬ তুমি নজনা আৰু তোমাৰ পূৰ্ব্ব-পুৰুষবিলাকেও নজনা কোনো দেৱতা, অৰ্থাৎ ওচৰত বা দূৰত, পৃথিবীৰ ইমূৰৰ পৰা সিমূৰলৈকে থকা তোমালোকৰ চাৰিওফালৰ জাতিবোৰৰ যি কোনো দেৱতা হওক, ৭ তাৰ বিষয়ে যদি তোমাৰ একে গৰ্ভৰ ভাই, বা পো, বা জী, বা তোমাৰ অতি প্ৰেমৰ তিৰুতাই, নাইবা তোমাৰ প্ৰাণ-তুল্য বন্ধুৱে তোমাক ভুলাবৰ নিমিত্তে গুপুতে কয়, আহাঁ, আমি গৈ আন দেৱতাক পূজা কৰোঁ, ৮ তেন্তে তুমি সেই মানুহৰ কথাত সন্মত নহবা, তাৰ কথালৈ কাণ নিদিবা, তালৈ কৃপাদৃষ্টি নকৰিবা, তাক দয়া নকৰিবা আৰু তাৰ কথা গুপুতে নেৰাখিবা; ৯ কিন্তু অৱশ্যে তুমি তাক বধ কৰিবা; তাক বধ কৰিবলৈ তাৰ ওপৰত প্ৰথমে তুমি হাত দাঙিবা, পাছে সকলো লোকে হাত দাঙিব। ১০ আৰু সি নমৰেমানে তালৈ শিল দলিয়াবা; কিয়নো বন্দী-ঘৰস্বৰূপ মিচৰ দেশৰ পৰা তোমাক উলিয়াই অনা তোমাৰ ঈশ্বৰ যিহোৱাৰ পাছত চলাৰ পৰা তোমাক এফলীয়া কৰিবলৈ সি কাৰ্য্যৰ কৰিছিল। ১১ তাতে গোটেই ইস্ৰায়েলে তাকে শুনি ভয় পাব, আৰু তোমাৰ মাজত তেনে কুকৰ্ম্ম কোনোৱে আৰু নকৰিব।

১২ তোমাৰ ঈশ্বৰ যিহোৱাই যি যি নগৰ নিবাসৰ অৰ্থে তোমাক দিছে, তাৰ কোনো নগৰৰ বিষয়ে যদি শুনিবলৈ পোৱা, ১৩ যে, কেইটামান পাষণ্ডই তোমাৰ মাজৰ পৰা ওলাই, তুমি নজনা কোনো দেৱতাৰ নাম কৰি কয়, আহাঁ, আমি গৈ ইতৰ দেৱতাক পূজা কৰোঁ, এই বুলি কৈ আপোন নগৰ-নিবাসীবিলাকক অপথে নিলে, ১৪ তেন্তে তুমি সোধা, বিচাৰ কৰা, আৰু যত্নেৰে প্ৰশ্ন কৰা; আৰু তোমাৰ মাজত এনে ঘিণলগীয়া কুকৰ্ম্ম যে কৰা হৈছে, সেয়ে যদি স্বৰূপ আৰু ঠিক হয়, ১৫ তেন্তে তুমি তৰোৱালৰ ধাৰেৰে সেই নগৰ-নিবাসীবোৰক প্ৰহাৰ কৰিবা, আৰু পশু আদি তাৰ মাজত থকা সকলোকে তৰোৱালেৰে নিঃশেষে বিনষ্ট কৰিবা। ১৬ আৰু তাৰ লুটদ্ৰব্য তাৰ চকৰ মাজত গোটাই সেই নগৰ আৰু তাৰ লুটদ্ৰব্যৰ আটাইকে আপোন ঈশ্বৰ যিহোৱাৰ উদ্দেশে জুইৰে পুৰিবা; আৰু সেই নগৰ সদাকাল ভগ্নৰাশি হৈ থাকিব; পুনৰায় তাক সজা নেযাব। ১৭ আৰু ময় আজি তোমাক দিয়া তেওঁৰ সকলো আজ্ঞা পালন কৰিবৰ অৰ্থে, তোমাৰ ঈশ্বৰ যিহোৱাৰ দৃষ্টিত যি ভাল, তাকে কৰিবলৈ তুমি আপোন ঈশ্বৰ যিহোৱালৈ কাণ দিয়াত, ১৮ যিহোৱাই যেন আপোন প্ৰচণ্ড ক্ৰোধৰ পৰা ক্ষান্ত হৈ, তোমাৰ পূৰ্ব্ব-পুৰুষবিলাকৰ আগত তেওঁ কৰা শপথৰ দৰে তোমাক দয়া আৰু কৃপা কৰিব, আৰু বৃদ্ধি কৰিব, এই নিমিত্তে সেই বৰ্জ্জিত বস্তুৰ একোকেই তুমি চুব নেলাগিব।

### কাট্‌কুট নিষেধ। খাদ্য অখাদ্য আৰু দশম ভাগ-বিষয়ক বিধি।

**১৪** তোমালোক আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ সন্তান; তোমালোকে মৰা মানুহৰ নিমিত্তে আপোন আপোন গাত কাট্‌কুট নকৰিবা, আৰু আগ-মূৰ টকলা নকৰিবা। ২ কিয়নো তুমি আপোন ঈশ্বৰ যিহোৱাৰ পবিত্ৰ প্ৰজা; পৃথিবীত থকা সকলো জাতিৰ মাজৰ পৰা, যিহোৱাই আপোনাৰ এক বিশেষ প্ৰজা কৰিবলৈ তোমাক মনোনীত কৰিলে।

৩ তুমি কোনো ঘিণলগীয়া বস্তু নেখাবা। ৪ তোমালোকে খাব পৰা পশু এইবোৰ; গৰু, মেৰ, ছাগলী, ৫ হৰিণ, কৃষ্ণ-সাৰ, যহ্‌মূৰ পশু, বনৰীয়া ছাগলী, দীচোন পশু, টৰো পশু, আৰু পৰ্ব্বতীয়া মেৰ। ৬ পশুবোৰৰ মাজত যিবোৰ পশুৰ খুৰা সম্পূৰ্ণৰূপে দুফাল, আৰু ঘাঁহ পাগুলে, সেই সকলোকে তোমালোকে খাব পাৰিবা। ৭ কিন্তু যিবোৱে ঘাঁহ পাগুলে, বা যিবোৰৰ খুৰা দুফাল, সেইবোৰৰ মাজত এইবোৰ নেখাবা, উট, শহা, আৰু চাফন পশু; কিয়নো সেইবোৰে ঘাঁহ পাগুলে হয়, কিন্তু সেইবোৰ দুফলীয়া খুৰা থকা নহয়; সেইবোৰ তোমালোকৰ পক্ষে অশুচি। ৮ আৰু গাহৰি নেখাবা, কাৰণ তাৰ খুৰা দুফাল হয়, কিন্তু সি ঘাঁহ নেপাগুলে, সি তোমালোকৰ পক্ষে অশুচি। তোমালোকে সেইবোৰৰ মঙহ নেখাবা, সেইবোৰৰ শৱকো নুচুবা।

৯ আৰু জলজন্তুবোৰৰ মাজত তোমালোকে

এইবোৰ খাব পাৰা; যিবোৰৰ পাখি আৰু বাকলি আছে, সেইবোৰ তোমালোকে খাব পাৰা; [10] কিন্তু যিবোৰৰ পাখি আৰু বাকলি নাই, সেইবোৰ নেখাবা, সেইবোৰ তোমালোকৰ পক্ষে অশুচি।

[11] তোমালোকে সকলো বিধৰ শুচি চৰাই খাব পাৰিবা। [12] কিন্তু তোমালোকে খাব নোৱাৰা এইবোৰ; [13] কুৰৰ, হাড়গিলা, আৰু উৎক্ৰোশ; শঙ্কৰ চিলনী, ৰঙা চিলনী, আৰু সকলো বিধৰ মটীয়া চিলনী; [14] আৰু সকলো বিধৰ কাউৰি; [15] আৰু উট চৰাই, ৰাত্তি-শেন, গঙ্গা-চিলনী, আৰু সকলো বিধৰ শেন; [16] আৰু ফেঁচা, হুদু, আৰু দীঘল ডিঙীয়া হাঁহ; [17] টেঁৰা, সৰু শগুন, আৰু মাছৰোকা; [18] আৰু বড়-টোকোলা, সকলো বিধৰ বগলি, গোবৰখোঁচৰা, আৰু বাদুলী। [19] আৰু পাখি লগা সকলো বগাই ফুৰা জন্তু তোমালোকৰ পক্ষে অশুচি হব; সেইবোৰ খাব নেলাগে। [20] তোমালোকে সকলো বিধৰ শুচি চৰাই খাব পাৰিবা।

[21] আপোনা-আপুনি মৰা কোনো জন্তু তোমালোকে নেখাবা; কিন্তু তোমাৰ নগৰৰ দুৱাৰৰ ভিতৰত থকা কোনো বিদেশীক তাক খাবলৈ দিব পাৰা, নাইবা পৰজাতিক বেচিব পাৰা; কিয়নো তুমি আপোন ঈশ্বৰ যিহোৱাৰ পবিত্ৰ প্ৰজা। তুমি ছাগলী পোৱালিক তাৰ মাকৰ গাখীৰত নিসিজাবা।

[22] বছৰে বছৰে উৎপন্ন হোৱা ক্ষেতিৰ সকলো শস্যৰ দশম ভাগ তুমি পৃথক কৰি থবা। [23] আৰু তোমাৰ ঈশ্বৰ যিহোৱাই আপোনাৰ নাম থাকিবৰ অৰ্থে যি ঠাই মনোনীত কৰিব, তুমি আপোন ঈশ্বৰ যিহোৱাক সদায় ভয় কৰিবলৈ শিকিবৰ নিমিত্তে, সেই ঠাইত তুমি আপোন শস্যৰ, দ্ৰাক্ষাৰসৰ, আৰু তেলৰ দশম ভাগ, আৰু গৰু মেৰ আদি জাকৰ প্ৰথমে জগাবোৰক তেওঁৰ আগত ভোজন কৰিবা। [24] বাট যদি তোমালৈ ইমান দীঘল হয়, যে, তোমাৰ ঈশ্বৰ যিহোৱাই আপোনাৰ নাম স্থাপন কৰিবৰ অৰ্থে যি ঠাই মনোনীত কৰিব, সেয়ে দূৰ হোৱাৰ কাৰণে, তুমি আপোন ঈশ্বৰ যিহোৱাৰ আশীৰ্ব্বাদত পোৱা বস্তু ভালৈ লৈ যাব নোৱাৰা, [25] তেন্তে সেই বস্তু ধনলৈ সলাই, সেই ধন বান্ধি হাতত লৈ, আপোন ঈশ্বৰ যিহোৱাই যি ঠাই মনোনীত কৰিব, সেই ঠাইলৈ যাবা। [26] পাছে তুমি সেই ধনেৰে মনৰ ইচ্ছাৰ দৰে গৰু, বা মেৰ, বা ছাগ, নাইবা দ্ৰাক্ষাৰস বা সুৰা, যি কোনো বস্তুতে তোমাৰ মনৰ ইচ্ছা জন্মে, তাকে কিনি সেই ঠাইতে তোমাৰ ঈশ্বৰ যিহোৱাৰ আগত ভোজন কৰি সপৰিবাৰে আনন্দ কৰিবা। [27] আৰু তোমাৰ নগৰৰ দুৱাৰৰ ভিতৰত থকা যি লেবীয়া মানুহ, তাক ত্যাগ নকৰিবা; কিয়নো তোমাৰ লগত তাৰ কোনো ভাগ বা আধিপত্য নাই।

[28] প্ৰত্যেক তৃতীয় বছৰৰ মূৰত, তুমি সেই বছৰত উৎপন্ন হোৱা আপোনাৰ শস্যৰ আটাই দশম ভাগ উলিয়াই আনি, আপোন নগৰৰ দুৱাৰৰ ভিতৰত সাঁচি থবা; [29] তাতে তোমাৰ নগৰৰ দুৱাৰৰ ভিতৰত থকা লেবীয়া লোক, (কাৰণ তোমাৰ লগত তাৰ কোনো অধিকাৰ কি ভাগ নাই;) বিদেশী, পিতৃহীন, আৰু বিধৱাই আহি, খাই তৃপ্ত হব। তোমাৰ ঈশ্বৰ যিহোৱাই তোমাৰ হাতে কৰা আটাই কাৰ্য্যত আশীৰ্ব্বাদ দিবৰ নিমিত্তে তুমি ইয়াকে কৰিবা।

ধাৰ ক্ষমা কৰা বছৰ। বন্দী মুক্ত কৰা আৰু প্ৰথমে জগা পশু পবিত্ৰ কৰা।

**১৫** তুমি প্ৰত্যেক সপ্তম বছৰৰ মূৰত ধাৰ ক্ষমা কৰিবা। [2] সেই ধাৰ ক্ষমা কৰাৰ নিয়ম এই। প্ৰতিজন ধাৰ দিওঁতাই আপোন ওচৰ-চুবুৰীয়াক দিয়া ধাৰ ক্ষমা কৰিব; সি আপোন ওচৰ-চুবুৰীয়া ভাইৰ পৰা তাক আদায় নকৰিব, কিয়নো যিহোৱাৰ উদ্দেশে ধাৰ-ক্ষমাৰ ঘোষণা হল। [3] তুমি পৰজাতিৰ পৰা তাক আদায় কৰিব পাৰা; কিন্তু তোমাৰ ভাইৰ গুৰিত তোমাৰ যি আছে, তাক এৰি দিবা। [4] তথাপি, তুমি যদি আপোন ঈশ্বৰ যিহোৱাৰ বাক্যলৈ যত্নেৰে কাণ দি, আজি মই তোমাক দিয়া এই গোটেই ব্যৱস্থা পালন কৰি সেই মতে কাৰ্য্য কৰা, [5] তেন্তে তোমাৰ মাজত কোনো দুঃখীয়া লোক নহব; (কিয়নো তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক অধিকাৰৰ অৰ্থে যি দেশ আধিপত্য-স্বৰূপে দিছে, তেওঁ সেই দেশত তোমাক নিশ্চয়ে আশীৰ্ব্বাদ কৰিব।) [6] কাৰণ, তোমাৰ ঈশ্বৰ যিহোৱাই তোমাৰ আগত প্ৰতিজ্ঞা কৰাৰ দৰে,

তোমাক আশীর্ব্বাদ করিব; তাতে তুমি অনেক জাতিক ধার দিবা, কিন্তু নিজে ধার করিব নেলাগিব; আরু অনেক জাতির ওপরত তুমি শাসন করিবা, কিন্তু সিহঁতে তোমার ওপরত শাসন নকরিব।

৭ তোমার ঈশ্বর যিহোৱাই তোমাক যি দেশ দিছে, তার কোনো নগরর দুৱারর ভিতরত যদি কোনো ভাই তোমার আগত দুঃখীয়া হয়, তেন্তে তুমি তালৈ হৃদয় কঠিন নকরিবা, আরু সেই দুঃখীয়া ভাইলৈ আপোনার হাত বন্ধ নকরিবা; ৮ কিন্তু তুমি তালৈ হাত মুকলি করি, তার অভাব পূর করিবর নিমিত্তে, তাক যিমান লাগে, অৱশ্যে সিমান তাক ধার দিব লাগে। ৯ সপ্তম বছর; ধার ক্ষমা করা বছর ওচর হৈছে, এই বুলি আপোনার হৃদয়ত নীহ ভাব উদয় নহবলৈ সাৱধান হবা; নহলে আপোনার দুঃখীয়া ভাইলৈ কুদৃষ্টি রাখি তাক একোকে নিদিবা, আরু সি তোমার বিরুদ্ধে যিহোৱার আগত প্রার্থনা করিব; তাতে তোমার পাপ হব। ১০ তুমি তাক অৱশ্যে দিবা; দিওঁতে মনত বেজার নকরিবা; কিয়নো এই কথার নিমিত্তে তোমার ঈশ্বর যিহোৱাই তোমার সকলো কর্ম্মত, আরু তুমি হাত দিয়া আটাই কার্য্যত তোমাক আশীর্ব্বাদ করিব; ১১ কিয়নো দুঃখীয়া মানুহ দেশর পরা নুগুচিব, এই নিমিত্তে ময় তোমাক এই আজ্ঞা দিছোঁ, যে, তুমি আপোনার দেশত থকা দুঃখীয়া আরু দরিদ্র ভাইলৈ হাত মুকলিকৈ রাখিবা।

১২ যদি তোমার ভাই এজন ইব্রীয়া পুরুষ, বা এজনী ইব্রীয়া তিরুতা তোমাক বেচা হয়, আরু সি তোমাক ছবছর খাটি দিয়ে, তেন্তে তুমি সপ্তম বছরত তাক মুকলি করি বিদায় দিবা। ১৩ আরু মুকলি করি বিদায় দিয়া সময়ত তাক শুদা-হাতে নপঠাবা; ১৪ তুমি আপোনার মের আরু ছাগর জাকর পরা, মরণা মরা খোলার পরা, আরু দ্রাক্ষাকুণ্ডর পরা তাক ভালকৈ দি পঠাবা; তোমার ঈশ্বর যিহোৱাই তোমাক আশীর্ব্বাদ করার দরেই তাক দিবা। ১৫ তুমি যে মিচর দেশত বন্দী আছিলা, আরু তোমার ঈশ্বর যিহোৱাই তোমাক মুক্ত করিলে, তাক সোঁৱরা; এই নিমিত্তেই ময় আজি তোমাক এই আজ্ঞা দিছোঁ। ১৬ কিন্তু, তোমার গুরিত সুখেরে থকাত সি তোমাক আরু তোমার পরিয়ালকো ভাল পোৱার কারণে যদি তোমাক কয়, তোমাক এরি নেযাওঁ, ১৭ তেন্তে তুমি বিন্ধনা লৈ, তার কাণ ফুটি যোৱাকৈ দুৱারত লগাই বিন্ধিবা, তাতে সি সদায় তোমার বন্দী হৈ থাকিব; আরু বেটীলৈকো সেই রূপেই করিবা। ১৮ সি ছবছর তোমার নিমিত্তে তোমার বেচ-খোৱা চাকরতকৈ দুগুণ কাম করিলে; এই দেখি তুমি তাক মুকলি করি বিদায় দিয়াত তুমি কষ্ট বোধ নকরিবা; তাতে তোমার ঈশ্বর যিহোৱাই তুমি করা সকলো কার্য্যত তোমাক আশীর্ব্বাদ করিব।

১৯ তুমি আপোনার গরু মের আদি পশুর জাকর পরা প্রথমে জগা আটাই মটা পশুবোর আপোন ঈশ্বর যিহোৱার উদ্দেশে পবিত্র করিবা; তুমি গরুর প্রথমে জগাক কোনো কামত নলগাবা, আরু তোমার মেরর প্রথমে জগার নোম নেকাটিবা। ২০ যিহোৱাই যি ঠাই মনোনীত করিব, সেই ঠাইত তোমার ঈশ্বর যিহোৱার সাক্ষাতে তুমি সপরিবারে তাক প্রতি-বছরে ভোজন করিবা। ২১ যদি তাত কোনো ঘুণ থাকে, অর্থাৎ সি যদি খোরা, বা কণা, বা আন প্রকারর কোনো ঘুণ থকা হয়, তেন্তে তুমি আপোন ঈশ্বর যিহোৱার উদ্দেশে তাক উৎসর্গ নকরিবা; ২২ আপোনার নগরর দুৱারর ভিতরত তাক খাবা; শুচি আরু অশুচি সকলো লোকে সমানে কৃষ্ণ-সার বা হরিণার মাংস খোৱার দরে তাক খাব পারিব। ২৩ তুমি কেৱল তার তেজ নেখাবা; তাক পানীর দরে মাটিত ঢালি পেলাবা।

### প্রধান বার্ষিক পর্ব্ববিষয়ক বিধি।

**১৬** তুমি আবীব মাহ মানিবা, আরু তোমার ঈশ্বর যিহোৱার উদ্দেশে নিস্তার-পর্ব্ব পালন করিবা; কিয়নো আবীব মাহতেই তোমার ঈশ্বর যিহোৱাই তোমাক মিচরর পরা রাতি উলিয়াই আনিছিল। ২ আরু যিহোৱাই আপোনার নাম থাকিবর অর্থে যি ঠাই মনোনীত করিব, সেই ঠাইত তুমি আপোন ঈশ্বর যিহোৱার উদ্দেশে মের, ছাগ, আরু গরুর জাকর পরা

পশু লৈ, নিস্তার-পর্ব্বর বলি উৎসর্গ করিবা। [৩] মিচর দেশর পরা ওলাই অহার দিন তুমি জীয়াই থাকামানে সোঁৱরণ করিবর নিমিত্তে, তুমি তারে সৈতে খমীর দিয়া পিঠা নেখাবা, সাত দিন তারে সৈতে, খমীর নিদিয়া দুঃখর পিঠা ভোজন করিবা; কিয়নো তুমি লরালরিকৈ মিচর দেশর পরা ওলাই আহিছিলা। [৪] সাদিনলৈকে তোমার সকলো সীমাত, তোমার তাত খমীর দেখা নেযাওক; আরু প্রথম দিনর সন্ধ্যা কালত মরা যি বলি, তার কোনো মাংস রাতিপুৱালৈকে গোটেই রাতি অৱশিষ্ট নেথাকোক। [৫] তোমার ঈশ্বর যিহোৱাই তোমাক যি যি নগর দিছে, তার কোনো নগরর দুৱারর ভিতরত নিস্তার-পর্ব্বর বলি উৎসর্গ করিব নোৱারিবা; [৬] কিন্তু তোমার ঈশ্বর যিহোৱাই আপোনার নাম থাকিবর অর্থে যি ঠাই মনোনীত করিব, সেই ঠাইত, মিচর দেশর পরা তুমি ওলাই অহার সময় পড়িলে, সন্ধ্যা বেলা সূর্য্য মার যোৱা সময়ত নিস্তার-পর্ব্বর বলি উৎসর্গ করিবা। [৭] আরু তোমার ঈশ্বর যিহোৱাই যি ঠাই মনোনীত করিব, সেই ঠাইত তাক খরিকাত দি খাবা; পাছে রাতিপুৱা আপোন আপোন তাম্বুলৈ উলটি যাবা। [৮] তুমি ছদিন খমীর নিদিয়া পিঠা খাবা; আরু সপ্তম দিনা তোমার ঈশ্বর যিহোৱার উদ্দেশে ধর্ম্ম-সভা হব; সেই দিনা তুমি কোনো কাম নকরিবা।

[৯] তার পাছে তুমি সাত সপ্তাহ গণনা করিবা। শস্যত প্রথমে কাচি লগোৱারে পরা আরম্ভ করি সাত সপ্তাহ গণনা করিবা। [১০] আরু তোমার ঈশ্বর যিহোৱাই যি পরিমাণে আশীর্ব্বাদ দিলে, সেই পরিমাণে আপোন ইচ্ছারে এনেই দিয়া উপহারর দ্বারায় তোমার ঈশ্বর যিহোৱার উদ্দেশে সেই সাত সপ্তাহর মূরত হোৱা সেই পর্ব্ব পালন করিবা; [১১] আরু তোমার ঈশ্বর যিহোৱাই আপোনার নাম থাকিবর অর্থে যি ঠাই মনোনীত করিব, সেই ঠাইত, তোমার ঈশ্বর যিহোৱার আগত তুমি, তোমার পো-জী, তোমার বন্দী-বেটী, তোমার নগরর দুৱারর ভিতরত থকা লেবীয়া লোক, আরু তোমার মাজত বাস করা বিদেশী, পিতৃহীন, আরু বিধৱা, এই সকলোরে সৈতে আনন্দ করিবা। [১২] আরু তুমি মিচর দেশত যে বন্দী আছিলা, তাক সোঁৱরণ করিবা, আরু এই সকলো বিধি পালন করি সেই মতে কার্য্য করিবা।

[১৩] পাছে তুমি শস্য মরা ঠাইর আরু দ্রাক্ষা-কুণ্ডর পরা যি গোটাব লগীয়া, তাক গোটোৱা হলে, তুমি সাত দিন পজা-পর্ব্ব পালন করিবা; [১৪] তোমার সেই পর্ব্বত তুমি, তোমার পো-জী, তোমার বন্দী-বেটী, আরু তোমার নগরর দুৱারর ভিতরত থকা লেবীয়া, বিদেশী, পিতৃহীন, আরু বিধৱা, এই সকলোরে সৈতে আনন্দ করিবা। [১৫] যি ঠাই যিহোৱাই মনোনীত করিব, সেই ঠাইত তুমি আপোন ঈশ্বর যিহোৱার উদ্দেশে সাত দিন পর্ব্ব পালন করিবা; কিয়নো তোমার ভূমিত উৎপন্ন হোৱা সকলো দ্রব্যত আরু হাতেরে করা আটাই কার্য্যত তেওঁ তোমাক আশীর্ব্বাদ করিব, আরু তুমি সকলোভাৱে আনন্দিত হবা। [১৬] তোমার ঈশ্বর যিহোৱাই যি ঠাই মনোনীত করিব, সেই ঠাইত বছরত তিনি-বার, খমীর নিদিয়া পিঠার পর্ব্বত, সপ্তাহবোরর মূরর পর্ব্বত, আরু পজা-পর্ব্বত তেওঁর আগত তোমার আটাই পুরুষ উপস্থিত হব; কিন্তু শুদা-হাতে তেওঁর আগত উপস্থিত হব নেলাগে; [১৭] ঈশ্বর যিহোৱাই তোমাক দিয়া আশীর্ব্বাদ অনুসারে প্রতিজনে আপোন সমর্থ অনুসারে উপহার আনিব।

দেৱপূজা নিষেধ। বিচারকর্ত্তা আরু রজা-বিষয়ক বিধি।

[১৮] তোমার ঈশ্বর যিহোৱাই তোমার সকলো ফৈদ অনুসারে তোমাক যিবোর নগর দিছে, সেইবোরর দুৱারর ভিতরত তুমি আপোনার নিমিত্তে বিচারকর্ত্তা আরু বিষয়া নিযুক্ত করিবা; সিবিলাকে ন্যায়রূপে প্রজাবিলাকর বিচার করিব। [১৯] তুমি অন্যায় বিচার নকরিবা, আরু কারো মুখলৈ নেচাবা; আরু ভেঁটি নলবা, কিয়নো ভেঁটিয়ে জ্ঞানীবিলাকর চকু কণা করে, আরু ধার্ম্মিকবিলাকর কথা ওলোটায়। [২০] তাতে, তুমি জীয়াই থাকি, আপোন ঈশ্বর যিহোৱাই যি দেশ দিছে, সেই দেশ অধিকার করিবলৈ, সকলোভাৱে যি ন্যায়, সেই মতে চলিবা।

[২১] আরু তুমি আপোন ঈশ্বর যিহোৱার

উদ্দেশে যি যজ্ঞবেদি নির্ম্মাণ করিবা, তার গুরিত আচেরা মূর্ত্তি বুলি কোনো প্রকারর কাঠ স্থাপন নকরিবা ; [22] আরু তোমার ঈশ্বর যিহোৱাই ঘিণ করা কোনো স্তম্ভ স্থাপন নকরিবা।

১৭ তুমি আপোন ঈশ্বর যিহোৱালৈ, কোনো ঘূণ কি খুঁত থকা গরু, মের বা ছাগ বলিদান নকরিবা ; কিয়নো সেয়ে তোমার ঈশ্বর যিহোৱার ঘিণলগীয়া।

[2] তোমার ঈশ্বর যিহোৱাই তোমাক যি যি নগর দিছে, তার কোনো নগরর দুৱারর ভিতরত যদি এনে কোনো পুরুষ কি স্ত্রীক তোমার মাজত পোৱা যায়, যে, সি গৈ তোমার ঈশ্বর যিহোৱার নিয়মটী ভাঙ্গি তেওঁর দৃষ্টিত কুকর্ম্ম করি, আন দেৱতাক সেৱাপূজা করিলে, [3] আরু সেইবোরর আগত প্রণিপাত করিলে, বা মই নিষেধ করা সূর্য্য চন্দ্র আদি আকাশর বাহিনীবিলাকর কোনোটোর আগত প্রণিপাত করিলে, [4] আরু তাক তোমার আগত কোৱা হল, আরু তুমি তাক শুনিলা, তেন্তে তুমি যত্নেরে বিচার করিবা ; আরু দেখা, ইস্রায়েলর মাজত যে তেনে ঘিণলগীয়া কার্য্য করা হৈছে, সেই কথা যদি স্বরূপ আরু নিশ্চয় হয়, [5] তেন্তে যি পুরুষ কি স্ত্রীয়ে সেই কুকর্ম্ম করিলে, সেই পুরুষ কি স্ত্রীকেই তোমার নগরর দুৱার-মুখলৈ উলিয়াই নিবা, আরু সিহঁত মরাকৈ সিহঁতক শিল দলিয়াই মারিবা। [6] যার প্রাণ-দণ্ড করিব লাগে, দুই তিনিজন সাক্ষীর মুখেরেহে তার প্রাণদণ্ড করিব লাগে ; এজন সাক্ষীর মুখেরে তার প্রাণদণ্ড নহব। [7] তাক বধ করি-বলৈ, প্রথমে সাক্ষীবিলাকে, পাছে সকলো প্রজা-বিলাকে তার বিরুদ্ধে হাত দাঙিব। এই রূপে তুমি আপোনার মাজর পরা তেনে দুষ্টতা দূর করিবা।

[8] আরু রক্তপাতর, বা বিরোধর, নাইবা প্রহার করার বিষয়ে দুজন লোকর বিবাদ তোমার কোনো নগরর দুৱারর ভিতরত হলে, যদি তার বিচার করিবলৈ তোমালৈ অতি কঠিন হয়, তেন্তে তুমি উঠি, আপোন ঈশ্বর যিহোৱাই যি ঠাই মনোনীত করিব, সেই ঠাইলৈ যাবা, [9] আরু লেবীয়া পুরোহিতবিলাকর আরু সেই কালর বিচারকর্ত্তার গুরিলৈ গৈ সুধিবা ; তাতে সিবিলাকে তোমাক রাই দিব। [10] পাছে যিহো-ৱাই যি ঠাই মনোনীত করিব, সেই ঠাইত সিবি-লাকে তোমাক যি রাই দিব, তুমি তার দরেই কার্য্য করিবা ; সিবিলাকে তোমাক যি কব, তাকেই সাৱধানে করিব লাগিব। [11] সিবিলাকে তোমাক যি ব্যৱস্থার শিক্ষা দিব, আরু যি শাসন-প্রণালী কব, সেই ব্যৱস্থা আরু শাসন-প্রণালী অনুসারে তুমি কার্য্য করিবা ; সিবিলাকে দিয়া রাইর সোঁ কি বাঁওফালে নুঘুরিবা। [12] কিন্তু যি লোকে গর্ব্ব করি, তোমার ঈশ্বর যিহোৱার পরিচর্য্যা করিবর নিমিত্তে সেই ঠাইত থিয় হোৱা পুরোহিতর, বা বিচারকর্ত্তার কথা নুশুনে, সেই মানুহর প্রাণদণ্ড হব ; এই রূপে তুমি ইস্রায়েলর মাজর পরা তেনে দুষ্টতা দূর করিবা। [13] তাতে সকলো প্রজাবিলাকে তাকে শুনি ভয় পাই সেই দরে আরু গর্ব্ব নকরিব।

[14] তোমার ঈশ্বর যিহোৱাই তোমাক যি দেশ দিছে, তুমি সেই দেশত সোমাই তাক অধিকার করি বাস করোঁতে, যেতিয়া তুমি কবা, মোর চারিওফালে থকা আটাই জাতির দরেময়ো মোর ওপরত এজন রজা পাতোঁ, [15] তেতিয়া তোমার ঈশ্বর যিহোৱাই যি জনক মনোনীত করিব, সেই জনকেই আপোনার ওপরত রজা পাতিবা ; তোমার আপোন ভাইবিলাকরেই মাজর পরা এজনক বাচি লৈ তোমার ওপরত রজা পাতিবা ; যি জন তোমার ভাই নহয়, এনে পরজাতি লোকক আপোনার ওপরত রজা পাতিব নোৱারিবা। [16] কেৱল তেওঁ আপোনার নিমিত্তে অনেক ঘোঁরা নেরাখিব, বা অনেক ঘোঁরা রাখিবর মনেরে প্রজাবিলাকক পুনরায় মিচরলৈ নপঠাব ; কিয়নো যিহোৱাই তোমালোকক কৈছিল, ইয়ার পাছে তোমালোকে সেই বাটেদি পুনরায় উলটি নেযাবা। [17] আরু তেওঁর মন যেন অপথে নেযায়, এই নিমিত্তে অনেক তিরুতা বিয়া নকরিব ; আরু তেওঁ আপোনার নিমিত্তে রূপ আরু সোণ অধিককৈ নবঢ়াব। [18] আরু তেওঁ রাজসিংহাসনত বহি থকা কালত, লেবীয়া পুরোহিতবিলাকর আগত থকা পুস্তকখনির পরা এখন পুস্তকত আপোনার নিমিত্তে এই ব্যৱস্থা নকল করিব ; [19] ইস্রায়েলর মাজত আপোন রাজ্যত তেওঁ আরু তেওঁর সন্তানবিলাক দীর্ঘজীবী হবর নিমিত্তে, তেওঁ যেন আপোন ভাইবিলাকর

ওপরত অহঙ্কার নকরে, আরু আজ্ঞাটীর সোঁ কি বাঁওফালে নুঘুরে, [২০] এই নিমিত্তে আপোন ঈশ্বর যিহোৱাক ভয় করিবলৈ শিকি, এই ব্যৱস্থার সকলো বাক্য, আরু এই বিধিবোর পালন করি সেই মতে কার্য্য করিবর অর্থে, সেই পুস্তকখনি তেওঁর ওচরত থাকিব, আরু তেওঁ জীৱনর আটাই কালত তাক পাঠ করিব।

পুরোহিতে পাব লগীয়া ভাগ। মিছা আরু সত্য ভাববাদীর বিষয়।

**১৮** লেবীয়া পুরোহিত আদি করি গোটেই লেবী ফৈদে ইস্রায়েলর লগত কোনো ভাগ কি আধিপত্য নেপাব; সিবিলাকে যিহোৱার উদ্দেশে দিয়া অগ্নিকৃত উপহার আরু তেওঁর অধিকার থকা বস্তুহে খাব পারিব। [২] সেই ফৈদে আপোন ভাইবিলাকর মাজত কোনো আধিপত্য নেপাব; সিবিলাকক কোৱা যিহোৱার বাক অনুসারে তেৱেঁই সিবিলাকর আধিপত্য। [৩] আরু বলি উৎসর্গ করা প্রজাবিলাকর পরা পুরোহিত-বিলাকে পাব লগীয়া ভাগ এই; গরু, কি মের, কি ছাগ হওক, বলির আগ-পিরাটো, গাল দুখন, আরু পাকস্থলীটো সিবিলাকে পুরোহিতক দিব। [৪] তোমার শস্যর, দ্রাক্ষারসর, আরু তেলর আগ-ভাগ, আরু মেরর প্রথমে কটা নোম তেওঁক দিবা; [৫] কিয়নো যিহোৱার নামেরে পরিচর্য্যা করিবলৈ সদায় থিয় হবর নিমিত্তে তোমার ঈশ্বর যিহোৱাই তোমার সকলো ফৈদর মাজর পরা তেওঁক, আরু তেওঁর ভাবি-সন্তানবিলাকক মনোনীত করিলে।

[৬] আরু গোটেই ইস্রায়েলর মাজর তোমার কোনো নগরর দুৱারর ভিতরত প্রবাস করা লেবীয়াই যদি তার পরা ওলাই, যিহোৱাই যি ঠাই মনোনীত করিব, সেই ঠাইলৈ আপোনার মনর সম্পূর্ণ ইচ্ছারে আহে, [৭] তেন্তে সেইলেবীয়াই যিহোৱার আগত সেই ঠাইত থিয় হৈ থকা আপোন ভাই লেবীয়াবিলাকর দরে আপোন ঈশ্বর যিহোৱার নামেরে পরিচর্য্যা করিব। [৮] সি-বিলাকে খাবর নিমিত্তে সমান ভাগ পাব; তার বাহিরে সেই লেবীয়া মানুহে আপোন পৈতৃক সম্পত্তি বেচার মূল্য ভোগ করিব।

[৯] তোমার ঈশ্বর যিহোৱাই তোমাক যি দেশ দিছে, সেই দেশত সোমালে, তুমি সেই দেশর জাতিবোরর ঘিণলগীয়া কার্য্যর দরে কার্য্য করি-বলৈ নিশিকিবা। [১০] আপোন পো-জীক জুইর মাজেদি গমন করাওঁতা, মঙ্গল চাওঁতা, গণক, [১১] লক্ষণ চাওঁতা, মায়াবী, মন্ত্র গাওঁতা, ভূত পো-হোঁতা, গুণী, মরা মানুহর আত্মার পরামর্শ লওঁতা, এনে লোক তোমার মাজত পোৱা যাব নেলাগে। [১২] কিয়নো তেনেবোর কার্য্য করা লোক যিহো-ৱার ঘিণলগীয়া, আরু তেনেবোর ঘিণলগীয়া কার্য্যর কারণেই, তোমার ঈশ্বর যিহোৱাই সিহঁ-তক তোমার আগর পরা দূর করিব। [১৩] তুমি আপোন ঈশ্বর যিহোৱার সাক্ষাতে সিদ্ধ হবা। [১৪] কারণ, তুমি এই যি জাতিবোরক দূর করিবা, ইহঁতে গণক আরু মঙ্গল চাওঁতার কথালৈ কাণ দিয়ে; কিন্তু তোমাক হলে তোমার ঈশ্বর যিহো-ৱাই তেনে করিবলৈ নিদিয়ে। [১৫] ময় যেন নমরোঁ, এই নিমিত্তে মোর ঈশ্বর যিহোৱার মাত আকৌ শুনিবলৈ, আরু এই মহা-অগ্নি পুনরায় দেখিবলৈ নিদিওক, এই বুলি হোরেবত সমাজ গোট খোৱা দিনা তুমি আপোন ঈশ্বর যিহোৱার গুরিত যি প্রার্থনা করিছিলা, [১৬] তোমার সেই প্রার্থনার দরেই তোমার ঈশ্বর যিহোৱাই তোমার মাজর পরা, তোমার ভাইবিলাকরেই মাজর পরা মোর নিচিনা এজন ভাববাদী উৎপন্ন করিব; তোমালোকে তেওঁর কথালৈহে কাণ পাতিবা। [১৭] আরু যিহোৱাই মোক কৈছিল, সিবিলাকে যি কথা কৈছে, ভালকে কৈছে। [১৮] ময় সিবি-লাকর নিমিত্তে, সিবিলাকর ভাইবিলাকর মাজর পরা, তোমার নিচিনা এজন ভাববাদী উৎপন্ন করিম, আরু তেওঁর মুখত মোর বাক্য দিম; তাতে ময় তেওঁক যি যি আজ্ঞা করিম, তেওঁ তাকেই সিবিলাকক কব। [১৯] মোর নামেরে তেওঁ মোর যি যি বাক্য কব, তালৈ যি জনে কাণ নিদিব, ময় তার প্রতিশোধ লম। [২০] কিন্তু ময় যি কবলৈ দিয়া নাই, তেনে বাক্য যি কোনো ভাববাদীয়ে গর্ব্ব করি মোর নামেরে কব, নাইবা আন কোনো দেৱতার নামেরে কব, সেই ভাব-বাদীর প্রাণদণ্ড হব। [২১] আরু যিহোৱাই যি বাক্য কোৱা নাই, তাক ময় কি রূপে জানিম? এই বুলি যদি তুমি মনত ভাবা, তেন্তে শুনা,

২২কোনো ভাববাদীয়ে যিহোৱার নামেরে কথা কলে, যদি সেই বাক্য পাছত সিদ্ধ নহয়, আৰু একো ফল নধৰে, তেন্তে সেই কথা যিহোৱাই কোৱা নাই; সেই ভাববাদীয়ে তাক গর্ব্ব করি কৈছে; তুমি তালৈ ভয় নকরিবা।

আশ্রয়-নগর। সীমনার চিন। মিছা সাক্ষীর দণ্ড।

**১৯** তোমার ঈশ্বর যিহোৱাই যি দেশ তোমাক দিছে, তেওঁ তার জাতিবিলাকক উচ্ছন্ন করার পাছে, যেতিয়া তুমি সিহঁতর আধিপত্য লৈ সিহঁতর নগরত আৰু ঘরত বাস করিবলৈ ধরিবা, ২ তেতিয়া, যি দেশ তোমার ঈশ্বর যিহোৱাই অধিকারর অর্থে তোমাক দিছে, তোমার সেই দেশর মাজর তিনিখন নগর তোমার নিমিত্তে পৃথক করিবা। ৩আৰু প্রতিজন মানুহ-বধী পলাবলৈ, তোমার নিমিত্তে পথ যুগুত করিবা, আৰু তোমার ঈশ্বর যিহোৱাই যি দেশ তোমাক অধিকার করাব, সেই দেশর ভূমি তুমি তিনি ভাগ করিবা। ৪যি মানুহ-বধীয়ে সেই ঠাইলৈ পলাই গৈ জীয়াই থাকিব পারে, তার কথা এই; যি জনে পূর্ব্বে চুবুরীয়াক হিংসা নকরি অজ্ঞানত তাক বধ করে, ৫যেনে, কোনোৱে আপোন চুবুরীয়াই সৈতে কাঠ কাটিবর নিমিত্তে হাবিলৈ গৈ, গছ কাটিবলৈ কুঠার দাঙিলত, যদি সেই কুঠার নালর পরা স্খলকি চুবুরীয়ার গাত এনেকৈ লাগে, যে, তাতেই সি মরে, তেতিয়া সেই জনে সেই তিনি খনর মাজর কোনো এখন নগরলৈ পলাই গৈ জীয়াই থাকিব পারিব; ৬সেয়ে নহলে, রক্তপাতর প্রতিকারসাধকর মনত ক্রোধ জ্বলি উঠাত, সি মানুহ-বধীর পাছে পাছে খেদি গৈ, বাট বহু দূরর কারণে তাক ধরি বধ করিব; কিন্তু সি প্রাণদণ্ডর যোগ্য নহয়, কারণ সি আগেয়ে তাক হিংসা করা নাছিল। ৭এই কারণে মই তোমাক আপোনার নিমিত্তে তিনিখন নগর পৃথক করিবলৈ আজ্ঞা করিছোঁ। ৮আৰু মই আজি তোমাক যি ব্যৱস্থা দিওঁ, তুমি সেই গোটেই ব্যৱস্থা পালন করি সেই মতে কার্য্য করি, সকলো কালত আপোন ঈশ্বর যিহোৱাক প্রেম করিলে, আৰু তেওঁর পথত চলিলে, ৯যদি তোমার ঈশ্বর যিহোৱাই তোমার পূর্ব্ব-পুরুষবিলাকলৈ শপথ করার দরে তেওঁ তোমার সীমা বৃদ্ধি করে, আৰু তোমার পূর্ব্ব-পুরুষবিলাকর আগত তেওঁ প্রতিজ্ঞা করা গোটেই দেশ তোমাক দিয়ে, তেন্তে সেই তিনিখন নগরর বাহিরে আৰু তিনিখন নগর তোমার নিমিত্তে নিরূপণ করিবা; ১০তাতে, তোমার ঈশ্বর যিহোৱাই আধিপত্যর অর্থে তোমাক যি দেশ দিছে, তোমার সেই দেশর মাজত নির্দ্দোষী লোকর রক্তপাত নহব, আৰু তোমার গাত রক্তপাতর দোষ নেলাগিব। ১১কিন্তু যদি কোনোৱে আন মানুহক হিংসা করি খাপ দি থাকি, তার বিরুদ্ধে উঠি তাক সাংঘাতিকরূপে এনেকৈ মারে, যে, সি তাতেই মরে, আৰু মানুহ-বধীটো পলাই যদি সেই তিনিখন নগরর মাজর কোনো এখন নগরত সোমায়, ১২তেন্তে তার নগরর বৃদ্ধ লোকে মানুহ পঠাই সেই নগরর পরা তাক অনাই, বধ করিবর নিমিত্তে তাক রক্তপাতর প্রতিকারসাধকর হাতত সোধাই দিব। ১৩তুমি তালৈ কৃপাদৃষ্টি নকরিবা, কিন্তু তোমার মঙ্গলর নিমিত্তে ইস্রায়েলর মাজর পরা নির্দ্দোষীর রক্তপাতর দোষ দূর করিবা।

১৪তোমার ঈশ্বর যিহোৱাই আধিপত্যর অর্থে তোমাক যি দেশ দিছে, সেই দেশত তুমি পাব লগা আধিপত্যত পূর্ব্বকালর লোকবিলাকে স্থাপন করা তোমার ওচর-চুবুরীয়ার সীমার চিন নলরাবা।

১৫কোনো বিধর অপরাধর নিমিত্তে, বা যি পাপেরে মানুহ পাপী হব পারে, এনে পাপর নিমিত্তে কোনো মানুহর বিরুদ্ধে এজন সাক্ষী নুঠিব; দুই বা তিনি জন সাক্ষীর মুখেরেহে বিচার নিষ্পত্তি হব। ১৬যদি কোনো অন্যায় সাক্ষীয়ে, কোনো লোকর অহিতে সি দোষ করিছে বুলি সাক্ষ্য দিবলৈ উঠে, ১৭তেন্তে সেই বাদী প্রতিবাদী উভয়ে, যিহোৱার আগত, সেই কালর পুরোহিত আৰু বিচারকর্ত্তাবিলাকর আগতেই থিয় হব। ১৮তাতে বিচারকর্ত্তাবিলাকে যত্নেরে বিচার করিব; আৰু দেখা, সি যদি মিছা সাক্ষী হয়, আৰু আপোন ভাইর অহিতে মিছা সাক্ষ্য দিছে, ১৯তেন্তে, সি আপোন ভাইলৈ যি রূপে করিব খুজিছিল, তোমালোকে তালৈ সেই রূপে করিবা; এই দরে তুমি আপোনার মাজর

পরা তেনে দুষ্টতা দূর করিবা। [20] তাতে, অবশিষ্ট থকা লোকবিলাকে তাকে শুনি ভয় পাই, তেতিয়ার পরা তোমার মাজত তেনে কুকর্ম্ম আরু নকরিব। [21] তুমি কৃপাদৃষ্টি নকরিবা; প্রাণর সলনি প্রাণ, চকুর সলনি চকু, দাঁতর সলনি দাঁত, হাতর সলনি হাত, ভরির সলনি ভরি যাব।

যুদ্ধবিষয়ক বিধি।

**২০** তুমি আপোন শত্রুবোরর বিরুদ্ধে রণ করিবলৈ ওলাই যাওঁতে, যদি ঘোঁৰা, রথ, আরু আপোনাতকৈ অধিক লোক দেখা, তেন্তে সেইবোরলৈ ভয় নকরিবা; কিয়নো, মিচর দেশর পরা তোমাক উলিয়াই অনা তোমার ঈশ্বর যিহোবা তোমার লগত আছে। [2] আরু তোমালোকে যুদ্ধর নিমিত্তে ওচর চাপিলে, পুরোহিতে আহি লোকবিলাকর আগত কব, [3] সিবিলাকক এই কথা কব, হে ইস্রায়েল, শুনা, তোমালোকে আপোন শত্রুবোরর লগত যুদ্ধ করিবলৈ আজি ওচর চাপিছা; তোমালোকর হৃদয় সাহশূন্য নহওক; তোমালোকে ভয় নকরিবা, নকঁপিবা, আরু সিহঁতক দেখি ত্রাসিত নহবা। [4] কিয়নো, তোমালোকক রক্ষা করিবর নিমিত্তে শত্রুবোরর বিরুদ্ধে তোমালোকর পক্ষে যুদ্ধ করিবলৈ তোমালোকর লগত যাওঁতা জনা তোমালোকর ঈশ্বর যিহোবাহে। [5] পাছে বিষয়াবিলাকে লোকবিলাকক এই কথা কব, নতুন ঘর সাজি তার প্রতিষ্ঠা নকরা কোন মানুহ আছে? যদি আছে, তেন্তে সি আপোন ঘরলৈ উলটি যাওক; নহলে সি রণত মরিলে, আন লোকে তার প্রতিষ্ঠা করিব। [6] আরু দ্রাক্ষাবারী পাতি তার ফল ভোগ করিবলৈ নোপোবা কোন আছে? যদি আছে, তেন্তে সি আপোন ঘরলৈ উলটি যাওক; নহলে সি রণত মরিলে, আন লোকে তাক ভোগ করিব। [7] আরু বাগ্দান করা হোবাতো বিয়া করিবলৈ নোপোবা কোন আছে? যদি আছে, তেন্তে সিও আপোন ঘরলৈ উলটি যাওক; নহলে সি রণত মরিলে, আন মানুহে সেই ছোবালী বিয়া করিব। [8] বিষয়াবিলাকে লোকবিলাকক আরু কব, যে, ভয়াতুর আরু সাহশূন্য হৃদয়র লোক কোন আছে? যদি আছে, তেন্তে সি আপোন ঘরলৈ উলটি যাওক; নহলে, তার হৃদয়র দরে তার ভাইবিলাকর হৃদয় ভয়ত দ্রব হৈ যাব। [9] পাছে, বিষয়াবিলাকে লোকবিলাকক কথা কৈ এঁটোবার পাছত, লোকবিলাকর ওপরত সেনাপতিবিলাকক নিযুক্ত করা হব।

[10] যেতিয়া তুমি কোনো নগরর বিরুদ্ধে যুদ্ধ করিবলৈ তার ওচর চাপা, তেতিয়া প্রথমতে তার আগত সন্ধির কথা প্রচার করিবা। [11] তাতে, যদি সেই নগরর লোকে সন্ধি বুলি উত্তর দি তোমালৈ দুবার মেলি দিয়ে, তেন্তে সেই নগরত যিবিলাক লোক পোবা যায়, সেইবিলাক তোমার বন্দী হৈ তোমার নিমিত্তে বন্দী-কাম করিব। [12] আরু সিহঁতে যদি সন্ধি বুলি নকয়, কিন্তু তোমার লগত যুদ্ধ করে, তেন্তে তুমি সেই নগর অবরোধ করিবা; [13] আরু তোমার ঈশ্বর যিহোবাই তাক তোমার হাতত দিলে, তুমি তার সকলো পুরুষক তরোবালর ধারেরে বধ করিবা; [14] কিন্তু তিরুতা, লরা, ছোবালী, আরু পশু আদি করি নগরত থকা আটাইকে, অর্থাৎ তার আটাই লুটদ্রব্য তুমি আপোনার নিমিত্তে লুট করি লবা, আরু তোমার ঈশ্বর যিহোবাই দিয়া শত্রুবোরর লুটদ্রব্য ভোগ করিবা। [15] যিবোর নগর এই জাতিবোরর নগর নহয়, তোমার পরা অতি দূরত থকা সেই সকলো নগরলৈ এই রূপে করিবা। [16] কিন্তু এই জাতিবোরর যি যি নগর তোমার ঈশ্বর যিহোবাই আধিপত্যর অর্থে তোমাক দিছে, সেইবোরর মাজর কোনো প্রাণীকে জীয়াই নেরাখিবা; [17] কিন্তু তোমালোকর ঈশ্বর যিহোবার বিরুদ্ধে তোমালোকক পাপ করাবর অভিপ্রায়ে, সিহঁতে আপোনাবিলাকর দেবতা-বোরর উদ্দেশে করা ঘিণলগীয়া কার্য্যর দরে করিবলৈ তোমালোকক নিশিকাবর নিমিত্তে, [18] তোমার ঈশ্বর যিহোবাই তোমাক দিয়া আজ্ঞা অনুসারে সিহঁতক, অর্থাৎ হিত্তীয়া, ইমোরীয়া, কনানীয়া, পরিজ্জীয়া, হিব্বীয়া, আরু যিবূচীয়া লোকবিলাকক তুমি নিঃশেষে বিনষ্ট করিবা।

[19] যেতিয়া তুমি কোন নগর হাত করি লবর

নিমিত্তে তাৰ অহিতে যুদ্ধ কৰি অৱৰোধ কৰোঁতে অনেক দিন যায়, তেতিয়া কুঠাৰ মাৰি তাৰ গছবোৰ নষ্ট নকৰিবা ; কিয়নো সেইবোৰ তুমি খাব পৰা গুটি লগা গছ, এই কাৰণে তাক নেকাটিবা ; কাৰণ বাৰীৰ গছ জানো মানুহ, যে, তাক তোমাৰ দ্বাৰায় অৱৰোধ কৰা হব ? [২০] কিন্তু যি গছৰ গুটি খাব পৰা নেযায় বুলি জানা, কেৱল তেনে গছহে নষ্ট কৰিবা ; তুমি সেইবোৰ কাটি, তোমাৰ লগত যুদ্ধ কৰা নগৰৰ পতন নোহোৱালৈকে, সেই নগৰৰ বিৰুদ্ধে হাদাম বান্ধিব পাৰিবা ।

হত লোকৰ নিমিত্তে কৰা প্ৰায়শ্চিত্ত । বন্দী কৰি নিয়া তিৰুতাৰ কথা । জ্যেষ্ঠাধিকাৰ আৰু অবাধ্য লৰাৰ বিষয় ।

**২১** তোমাৰ ঈশ্বৰ যিহোৱাই অধিকাৰৰ অৰ্থে যি দেশ তোমাক দিছে, তাৰ মাজত যদি পথাৰত পড়ি থকা কোনো হত লোক পোৱা যায়, কিন্তু তাক কোনে বধ কৰিলে তাক জনা নেযায়, [২] তেন্তে তোমাৰ বৃদ্ধ লোক আৰু বিচাৰ-কৰ্ত্তাবিলাকে বাহিৰলৈ গৈ, সেই হত লোকৰ শৱৰ চাৰিওকালে থকা নগৰবোৰলৈ জুখি চাব ; [৩] তাতে, যি নগৰ সেই শৱৰ ওচৰ হব, সেই নগৰৰ বৃদ্ধ লোকবিলাকে, যাৰ দ্বাৰায় যুঁৱলি টনা আদি কৰি কোনো কাম কৰোৱা নাই, এনে এজনী চেঁউৰী গৰু লব । [৪] পাছে সেই নগৰৰ বৃদ্ধ লোকবিলাকে চেঁউৰী গৰু জনী লৈ, হাল নোবোৱা গুটি নিসিঁচা পানী বৈ থকা এনে উপত্যকালৈ নামি গৈ, সেই উপত্যকাত গৰু জনীৰ ডিডি ভাঙ্গিব । [৫] আৰু লেবীৰ সন্তান পুৰোহিতবিলাক ওচৰলৈ আহিব ; কিয়নো তোমাৰ ঈশ্বৰ যিহোৱাই আপোনাৰ পৰিচৰ্য্যা কৰিবলৈ আৰু যিহোৱাৰ নামেৰে আশীৰ্ব্বাদ কৰিবলৈ সিবিলাককেই মনোনীত কৰিলে ; আৰু সিবিলাকৰ বাক্য অনুসাৰে প্ৰত্যেক বিবাদ আৰু আঘাতৰ বিচাৰ নিষ্পত্তি হব । [৬] পাছে সেই শৱৰ ওচৰত থকা, সেই নগৰৰ আটাই বৃদ্ধ-বিলাকে উপত্যকাত ডিডি ভঙ্গা গৰু জনীৰ ওপৰত আপোন আপোন হাত ধুব, [৭] আৰু সিবিলাকে উত্তৰ দি কব, আমাৰ হাতে এই ৰক্ত-পাত কৰা নাই, আৰু আমাৰ চকুৱে ইয়াক দেখা নাই । [৮] হে যিহোৱা, তুমি মুক্ত কৰা তোমাৰ প্ৰজা ইস্ৰায়েলক ক্ষমা কৰি, তোমাৰ প্ৰজা ইস্ৰায়েলৰ গাত নিৰ্দ্দোষীৰ ৰক্তপাতৰ দোষ নেপেলাবা । তাতে সিবিলাকলৈ সেই ৰক্ত-পাতৰ দোষ ক্ষমা কৰা হব ; [৯] এই ৰূপে তুমি যিহোৱাৰ দৃষ্টিত যি ভাল, তাকেই কৰি, তোমাৰ মাজৰ পৰা নিৰ্দ্দোষীৰ সেই ৰক্তপাতৰ দোষ দূৰ কৰিবা ।

[১০] তুমি আপোন শত্ৰুবোৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ওলাই গলে, যদি তোমাৰ ঈশ্বৰ যিহোৱাই সিহঁতক তোমাৰ হাতত দিয়ে, আৰু তুমি সেইবোৰক বন্দী কৰি আনা, [১১] আৰু সেই বন্দী কৰি অনা লোকবিলাকৰ মাজত কোনো সুন্দৰী তিৰুতাক দেখি, তাইত আসক্ত হৈ যদি তুমি তাইক বিয়া কৰিব খোজা, [১২] তেন্তে তাইক আপোন ঘৰলৈ নিবা, আৰু তাই আপোনাৰ মূৰ ক্ষুৰাই নখ কাটি, [১৩] বন্দী-অৱস্থাৰ কাপৰ সোলোকাই থৈ, তোমাৰ ঘৰত থাকি আপোন বাপেক-মাকৰ নিমিত্তে পূৰা এমাহ বিলাপ কৰিব ; তাৰ পাছত তুমি তাইত গমন কৰিব পাৰিবা, তুমি তাইৰ স্বামী হবা, আৰু তাই তোমাৰ ভাৰ্য্যা হব । [১৪] পাছে যদি তুমি তাইত সন্তোষ নোপোৱা, তেন্তে তাইৰ যি ঠাইলৈ যাবৰ ইচ্ছা হয়, সেই ঠাইলৈ তাইক যাব দিবা ; কিন্তু কোনো ৰূপে ধন লৈ তাইক নেবেচিবা ; তুমি তাইলৈ বেটীৰ নিচিনাকৈ ব্যৱহাৰ নকৰিবা ; কিয়নো তুমি তাইৰ মান হানি কৰিলা ।

[১৫] যদি কোনো পুৰুষৰ প্ৰিয়া আৰু অপ্ৰিয়া দুজনী তিৰুতা থাকে, আৰু প্ৰিয়া অপ্ৰিয়া দুয়ো জনীয়ে তালৈ সন্তান জন্মায়, কিন্তু যদি বড় পুতেক অপ্ৰিয়া জনীৰ সন্তান হয়, [১৬] তেন্তে আপোন পুতেকহঁতক সম্পত্তিৰ অধিকাৰ কৰোৱা দিনা, অপ্ৰিয়া জনীৰ পৰা হোৱা বড় পুতেক থাকোঁতে, সি প্ৰিয়া জনীৰ পুতেকক জ্যেষ্ঠাধিকাৰ দিব নোৱাৰিব । [১৭] কিন্তু সি আপোনাৰ সকলো সম্পত্তিৰ দুভাগ দি অপ্ৰিয়া জনীৰ পুতেকক বড় পো বুলি স্বীকাৰ কৰিব ; কাৰণ সি তাৰ শক্তিৰ প্ৰথম ফল ; জ্যেষ্ঠাধিকাৰ তাৰেইহে ।

[১৮] মাক-বাপেকৰ কথা নুশুনা, আৰু শাস্তি দিলেও সিবিলাকলৈ কাণ নিদিয়া এনে অবাধ্য

আৰু বিৰোধী লৰা কোনো মানুহৰ থাকিলে, [১৯] তাৰ বাপেক-মাকে তাক ধৰি, আপোনাৰ নগৰৰ বৃদ্ধবিলাকৰ গুৰিলৈ, সি নিবাস কৰা নগৰৰ দুৱাৰ-মুখলৈ লৈ গৈ, [২০] নগৰৰ বৃদ্ধ লোকবিলাকক কব, আমাৰ এই পো অবাধ্য আৰু বিৰোধী, আমাৰ কথা নুশুনে; সি খাবৈচ্য আৰু মদপী। [২১] তেতিয়া সি নিবাস কৰা নগৰৰ সকলো লোকে তাক শিল দলিয়াই বধ কৰিব; এই ৰূপে তুমি আপোনাৰ মাজৰ পৰা তেনে দুষ্টতা দূৰ কৰিবা; তাতে আটাই ইস্ৰায়েলে শুনি ভয় পাব।

[২২] আৰু কোনো মানুহে প্ৰাণদণ্ডৰ যোগ্য পাপ কৰিলে, যদি তাৰ প্ৰাণদণ্ড হয়, আৰু তুমি তাৰ শৱ কাঠ এডালত আৰি ৰাখা, [২৩] তেন্তে তাৰ শৱ ৰাতি কাঠডালৰ ওপৰত থাকিবলৈ নিদিবা; কিন্তু নিশ্চয়ে সেই দিনাই তাক পুতিবা; কিয়নো যাৰ শৱ আৰি থোৱা হয়, সি ঈশ্বৰৰ শাপগ্ৰস্ত। তাতে, তোমাৰ ঈশ্বৰ যিহোৱাই অধিকাৰৰ অৰ্থে যি দেশ তোমাক দিছে, সেই দেশ তুমি অশুচি নকৰিবা।

ওচৰ-চুবুৰীয়াক দয়া কৰিবলৈ আদেশ। চৰাইৰ বাহ, নতুন ঘৰ কৰা আদি নানা কথা। সতীত্ব আৰু বিবাহবিষয়ক বিধি।

২২ তোমাৰ কোনো ভাইৰ গৰু, বা মেৰ, বা ছাগকে বাট হেৰুউৱা দেখিলে, তুমি তালৈ অৱহেলা নকৰিবা, আপোন ভাইৰ গুৰিলৈ অৱশ্যে তাক ওভোটাই নিবা। [২] যদি তোমাৰ সেই ভাই তোমাৰ ওচৰত নাই, বা সেই ভাই কোন তাক জনা নেযায়, তেন্তে সেই পশুক তুমি আপোন ঘৰলৈ নি, সেই ভায়ে বিচাৰি নাহেমানে তাক তোমাৰ ঘৰত ৰাখিবা; পাছে তুমি তাক ওলোটাই দিবা। [৩] তুমি তাৰ গাধলৈ আৰু কাপৰলৈকো সেই ৰূপেই কৰিবা; তোমাৰ ভাইৰ হেৰোৱা যি কোনো বস্তু তুমি পোৱা, সেই সকলো বিষয়তে তুমি সেই দৰে কৰিবা; তুমি তালৈ অৱহেলা কৰা অনুচিত।

[৪] তোমাৰ ভাইৰ গাধ বা গৰুক বাটত পৰি থকা দেখিলে, তুমি সেইবোৰলৈ অৱহেলা নকৰিবা; সেইবোৰক তুলিবলৈ অৱশ্যে তুমি তাক সহায় কৰিবা।

[৫] পুৰুষে যি পিন্ধে, তাক তিৰুতা মানুহে পিন্ধিব নেলাগে, বা পুৰুষে তিৰুতা মানুহৰ কাপৰ পিন্ধিব নেলাগে; কিয়নো যি কোনোৱে তেনে কাৰ্য্য কৰে, সি তোমাৰ ঈশ্বৰ যিহোৱাৰ ঘিণলগীয়া।

[৬] যদি তুমি বাটৰ কোষত থকা গছত বা মাটিত পোৱালি বা কনি থকা কোনো চৰাইৰ বাহ অকস্মাৎ দেখা, আৰু মাকে সেই পোৱালি বা কনিৰ ওপৰত ওমনি লৈ আছে, তেন্তে তুমি পোৱালিবোৰে সৈতে মাইকী জনী নধৰিবা; [৭] তোমাৰ মঙ্গল হবলৈ, আৰু তোমাৰ আয়ুস দীঘল হবলৈ, তুমি মাকক অৱশ্যে এৰি দিবা, কিন্তু পোৱালি হলে আপোনাৰ নিমিত্তে লব পাৰা।

[৮] কোনো মানুহ তোমাৰ ঘৰৰ চালৰ পৰা পৰিলে তুমি আপোন ঘৰৰ ওপৰত ৰক্তপাতৰ দোষ নঘটাবৰ নিমিত্তে, তুমি নতুন ঘৰ সাজিলে, তাৰ চালৰ ওপৰত চাৰিওফালে বেৰ নিৰ্ম্মাণ কৰিবা। [৯] তোমাৰ দ্ৰাক্ষাবাৰীত দুবিধ গুটি নিসিঁচিবা; সিঁচিলে, তুমি বোৱা গুটি আৰু দ্ৰাক্ষাবাৰীৰ ফল উভয়েই পবিত্ৰীকৃত হব।

[১০] গৰুকে গাধকে জুঁটি হাল নেবাবা। [১১] নোম আৰু শণ সূতা মিহলোৱা কাপৰ নিপিন্ধিবা।

[১২] তোমাৰ গাত লোৱা কাপৰৰ চাৰি চুকত, পকোৱা সূতাৰে বনোৱা থোপা লগাবা।

[১৩] কোনো পুৰুষে এজনী তিৰুতা বিয়া কৰি, তাইত গমন কৰাৰ পাছে যদি তাইক ঘিণ কৰে, [১৪] আৰু তাইৰ অহিতে অনৰ্থক অপবাদ দিয়ে, আৰু তাইৰ দুৰ্নাম কৰি কয়, মই এই তিৰুতাক বিয়া কৰিলোঁ হয়, কিন্তু মই তাইত গমন কৰা কালত, তাই যে কুমাৰী তাৰ চিন নেপালোঁ, [১৫] তেন্তে সেই ছোৱালীৰ বাপেক-মাকে, তাই যে কুমাৰী, তাৰ চিন নগৰখনৰ বৃদ্ধবিলাকৰ গুৰিলৈ নগৰৰ দুৱাৰ-মুখলৈ লৈ যাব; [১৬] আৰু ছোৱালীৰ বাপেকে বৃদ্ধ লোকবিলাকক কব, মই এই মানুহে সৈতে মোৰ জীক বিয়া দিছিলোঁ; ই তাইক ঘিণ কৰে; [১৭] আৰু দেখা, তোমাৰ জীয়েৰা যে কুমাৰী, তাৰ চিন মই পোৱা নাই, এনে কথা কৈ, সি তাইক অনৰ্থক অপবাদ দি ৽৷ কিন্তু মোৰ জী যে কুমাৰী, তাৰ চিন

এইয়া দেখা, এই বুলি কোবার পাছে সিবিলাকে নগরর বৃদ্ধ লোকবিলাকর আগত সেই কাপর মেলি দেখুবাব। [১৮] পাছে নগরর বৃদ্ধবিলাকে সেই পুরুষক ধরি শাস্তি দিব; [১৯] আরু এশ চেকল রূপ তার জরিমানা করি ছোৱালীর বাপেকক দিব। কিয়নো সেই মানুহে ইস্রায়েলীয়া কুমারীর দুর্নাম করিলে; পাছত তায়েই তার তিরুতা হব, আরু সি জীয়াই থাকেমানে তাইক এরিব নোৱারিব। [২০] কিন্তু সেই ছোৱালী যে কুমারী, তার চিন নোপোৱা কথা যদি সঁচা হয়, [২১] তেন্তে সিবিলাকে সেই ছোৱালী জনীক আপোনার বাপেকর ঘরর দুৱার-মুখলৈ উলিয়াই নিব, আরু নগরর লোকবিলাকে তাই মরাকৈ তাইলৈ শিল দলিয়াব; কিয়নো তাই আপোনার বাপেকর ঘরত ব্যভিচার করি ইস্রায়েলর মাজত দুর্যশর কাম করিলে; এই রূপে তুমি ইস্রায়েলর মাজর পরা তেনে দুষ্টতা দূর করিবা।

[২২] কোনো পুরুষে যদি স্বামী থকা তিরুতার লগত শয়ন করোঁতে ধরা পড়ে, তেন্তে তিরুতার লগত শয়ন করা পুরুষ আরু তিরুতা জনী দুইটারে প্রাণদণ্ড হব; এই রূপে তুমি ইস্রায়েলর মাজর পরা তেনে দুষ্টতা দূর করিবা।

[২৩] যদি কোনো লোকলৈ বাগ্দান করা কুমারী ছোৱালীক কোনো মানুহে নগরর মাজত পাই তাইর লগত শয়ন করে, [২৪] তেন্তে তোমালোকে সিহঁত দুইটাকে সেই নগরখনর দুৱার-মুখলৈ উলিয়াই নি, সিহঁত মরাকৈ সিহঁতলৈ শিল দলিয়াবা; নগরর মাজত থাকিও ছোৱালীয়ে চিঞর নমরার কারণে ছোৱালী জনীক, আরু পুরুষে লোকর তিরুতা নষ্ট করার কারণে পুরুষটোক বধ করিবা। এই রূপে তুমি আপোনার মাজর পরা তেনে দুষ্টতা দূর করিবা।

[২৫] কিন্তু যদি সেই পুরুষে, বাগ্দান করা ছোৱালী জনীক পথারতে পাই, তাইক ধরি তাইর লগত শয়ন করে, তেন্তে কেৱল তাইর লগত শয়ন করা পুরুষটোরহে প্রাণদণ্ড হব; [২৬] কিন্তু ছোৱালী-জনীক একো নকরিবা, তাইর প্রাণদণ্ডর যোগ্য দোষ নাই; কিয়নো, যেনেকৈ কোনো মানুহে লোকর বিরুদ্ধে উঠি তাক বধ করে, ইও সেই রূপ হয়; [২৭] কারণ সেই পুরুষে পথারতে তাইক পালে, তাতে সেই বাগ্দান করা ছোৱালী জনীয়ে চিঞর মারিলে হয়, কিন্তু তাইক নিস্তার করিবলৈ কোনো নাছিল।

[২৮] যদি কোনো মানুহে, বাগ্দান নকরা এজনী কুমারী ছোৱালীক পাই তাইক ধরি তাইর লগত শয়ন করে, আরু সিহঁত ধরা পড়ে, [২৯] তেন্তে তাইর লগত শয়ন করা পুরুষে ছোৱালী জনীর বাপেকক পঞ্চাশ চেকল রূপ দিব, আরু সি তাইর মান হানি করা বাবে তায়েই তার তিরুতা হব; সি জীয়াই থাকেমানে তাইক এরিব নোৱারিব।

[৩০] কোনো পুরুষে আপোন বাপেকর ঘৈনীয়েকক গ্রহণ নকরিব, আরু আপোন বাপেকর আবরণীয় কাপর নুগুচাব।

সমাজভুক্ত হব নোৱরা লোকর বিষয়। ছাউনি শুচি রখা, বন্দী ওলোটাই দিয়া আদি নানা নিষেধ।

**২৩** অণ্ডকোষ থুন্দা, বা গুপুত অঙ্গ কটা মানুহ যিহোৱার সমাজত নোসোমাব।

[২] জহরা মানুহ যিহোৱার সমাজত নোসোমাব; তার দহ পুরুষলৈকে তার কোনেও যিহোৱার সমাজত সোমাব নোৱারিব।

[৩] অম্মোনীয়া বা মোৱাবীয়া লোক যিহোৱার সমাজত সোমাব নোৱারিব; দহ পুরুষলৈকে কেতিয়াও সিহঁতর মাজর কোনেও যিহোৱার সমাজত সোমাব নোৱারিব; [৪] কিয়নো মিচরর পরা তোমালোক অহা সময়ত সিহঁতে অন্ন-জল লৈ তোমালোকে সৈতে বাটত সাক্ষাৎ নহল, আরু তোমাক শাও দিবলৈ তোমার অহিতে অরাম-নহরয়িমত থকা পথোর-নিবাসী বিয়োরর পুতেক বিলিয়মক ধন দিছিল। [৫] তথাপি তোমার ঈশ্বর যিহোৱাই বিলিয়মর কথা শুনিবলৈ সম্মত নহল; কিন্তু তোমার ঈশ্বর যিহোৱাই তোমাক প্রেম করার কারণে তোমার পক্ষে সেই শাও আশীর্ব্বাদত পরিণত করিলে। [৬] তুমি জীয়াই থাকামানে কেতিয়াও সিহঁতর মঙ্গল কি উন্নতিলৈ চেষ্টা নকরিবা।

[৭] তুমি কোনো ইদোমীয়া লোকক ঘিণ নকরিবা, কিয়নো সি তোমার ভাই; কোনো মিচরীয়া লোকক ঘিণ নকরিবা, কারণ তুমি তার দেশত বিদেশী আছিলা। [৮] সিহঁতর পরা

উৎপন্ন হোৱা সন্তান তৃতীয় পুৰুষত যিহোৱাৰ সমাজত সোমাব পাৰিব।

[৯] তুমি শত্ৰুবোৰৰ বিৰুদ্ধে ওলাই যুদ্ধযাত্ৰা কৰা সময়ত, আটাই মন্দৰ পৰা আপোনাক ৰাখিবা। [১০] তোমাৰ মাজত যদি কোনো মানুহ ৰাত্তি ঘটা ঘটনাৰে অশুচি হয়, তেন্তে সি ছাউনিৰ বাহিৰলৈ যাব, ছাউনিৰ ভিতৰত নোসোমাব; [১১] কিন্তু গধূলি হলে, সি পানীত গা ধুব; আৰু সূৰ্য্য মাৰ যোৱাৰ পাছত সি ছাউনিত সোমাব পাৰিব। [১২] আৰু তুমি ছাউনিৰ বাহিৰত এটা ঠাই নিৰূপণ কৰিবা; বাহিৰ ফুৰিব লাগিলে সেই ঠাইলৈকে যাবা; [১৩] আৰু তোমাৰ সামগ্ৰীৰ মাজত এখন খন্তি থাকিব; বাহিৰ ফুৰিবলৈ যাওঁতে বহা কালত তাৰে মাটি খানিবা, পাছে ঘূৰি তোমাৰ পৰা বাহিৰ হোৱা মল পুতি থবা; [১৪] কিয়নো, তোমাক ৰক্ষা কৰিবলৈ, আৰু তোমাৰ শত্ৰু-বোৰক তোমাৰ হাতত দিবলৈ তোমাৰ ঈশ্বৰ যিহোৱাই তোমাৰ ছাউনিৰ মাজত অহা-যোৱা কৰে; এই হেতুকে, তেওঁ তোমাৰ মাজত কোনো অশুচি বস্তু দেখি তোমাৰ পৰা বিমুখ নহবলৈ, তোমাৰ ছাউনি পবিত্ৰ হব লাগে।

[১৫] কোনো বন্দী আপোন গৰাকীৰ পৰা তোমাৰ ওচৰলৈ পলাই গলে, তুমি তাক আপোন গৰাকীৰ হাতত সোধাই নিদিবা। [১৬] সি তোমাৰ কোনো এখন নগৰৰ দুৱাৰৰ ভিতৰত আপোন ইচ্ছাৰে মনোনীত কৰা ঠাইত তোমাৰ মাজত বাস কৰিব; তুমি তাক উপদ্ৰৱ নকৰিবা।

[১৭] ইস্ৰায়েলৰ জীয়াৰীবিলাকৰ মাজত কোনো নটী, আৰু ইস্ৰায়েলৰ ডেকাবিলাকৰ মাজত কোনো নট নহওক; [১৮] কোনো সঙ্কল্প-সিদ্ধিৰ অৰ্থে বেশ্যাৰ ধন, বা কুকুৰৰ ধন তোমাৰ ঈশ্বৰ যিহোৱাৰ গৃহলৈ নানিবা, কিয়নো সেই দুয়ো তোমাৰ ঈশ্বৰ যিহোৱাৰ ঘিণলগীয়া।

[১৯] তুমি বাঢ়িৰ অৰ্থে আপোন ভাইক ধাৰ নিদিবা; ৰূপ বা খোৱা বস্তু, নাইবা যি বস্তু বাঢ়িৰ অৰ্থে ধাৰে দিব পাৰি, সেই বস্তুৰ বাঢ়ি নলবা। [২০] তুমি পৰজাতিক বাঢ়িৰ অৰ্থে ধাৰ দিব পাৰা; কিন্তু, তুমি যি দেশ অধিকাৰ কৰিবলৈ গৈছা, সেই দেশত তোমাৰ হাতে কৰা সকলো কাৰ্য্যত তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে, আপোন ভাইক হলে বাঢ়িৰ অৰ্থে ধাৰ নিদিবা।

[২১] তুমি আপোন ঈশ্বৰ যিহোৱাৰ উদ্দেশে সঙ্কল্প কৰিলে, তাক সিদ্ধ কৰিবলৈ পলম নকৰিবা; কিয়নো তোমাৰ ঈশ্বৰ যিহোৱাই তোমাৰ পৰা তাক নিশ্চয়ে দাওৱা কৰিব; নিদিলে তোমাৰ পাপ হব। [২২] কিন্তু যদি তুমি সঙ্কল্পৰ পৰা ক্ষান্ত থাকা, তেন্তে তাত তোমাৰ পাপ নহব। [২৩] তুমি আপোন মুখে প্ৰতিজ্ঞা কৰাৰ, আপোন ঈশ্বৰ যিহোৱাৰ উদ্দেশে ইচ্ছামতে সঙ্কল্প কৰাৰ দৰে, তোমাৰ মুখৰ পৰা ওলোৱা বাক্য পালন কৰি সেই মতে কাৰ্য্য কৰিবা।

[২৪] লোকৰ দ্ৰাক্ষাবাৰীলৈ গলে, তুমি আপোন ইচ্ছামতে হেপাহ পলোৱাকৈ দ্ৰাক্ষাগুটি খাব পাৰিবা, কিন্তু তোমাৰ পাত্ৰত অলপো নলবা।

[২৫] অন্তৰ নোদোৱা ধানৰ ক্ষেতিত সোমালে, তুমি আপোন হাতেৰে তাৰ চেঁই ছিঙিব পাৰিবা, কিন্তু অন্তৰ নোদোৱা শস্যত কাচি নলগাবা;

তিৰুতাক ত্যাগ-পত্ৰ দিয়া, আৰু অলপতে বিয়া কৰা আদি নানা বিষয়ৰ বিধি।

২৪ কোনো পুৰুষে কোনো তিৰুতাক লৈ বিয়া কৰাৰ পাছে, যদি তাইত কোনো দোষ পোৱাৰ কাৰণে তাই তাৰ দৃষ্টিত অনুগ্ৰহ নেপায়, তেন্তে সেই পুৰুষে তাইৰ নিমিত্তে এখন ত্যাগ-পত্ৰ লিখি তাইৰ হাতত দি, তাইক আপোন ঘৰৰ পৰা বিদায় কৰিব পাৰিব। [২] আৰু সেই তিৰুতাই তাৰ ঘৰৰ পৰা ওলাই গৈ, আন পুৰুষে সৈতে বিয়া হব পাৰিব। [৩] কিন্তু পাছৰ গিৰিয়েকেও যদি তাইক ঘিণ কৰে, আৰু তাইৰ নিমিত্তে এখন ত্যাগ-পত্ৰ লিখি তাইৰ হাতত দি, আপোনাৰ ঘৰৰ পৰা তাইক বিদায় কৰে, নাইবা পাছে বিয়া কৰা গিৰিয়েকটো যদি মৰে, [৪] তেন্তে তাইক বিদায় কৰা প্ৰথমটো গিৰিয়েকে, তাই অশুচি হৈ পৰাৰ পাছে, আকৌ তাইক বিয়া কৰিব নোৱা-ৰিব; কিয়নো যিহোৱাৰ দৃষ্টিত সেয়ে ঘিণলগীয়া কাৰ্য্য; তোমাৰ ঈশ্বৰ যিহোৱাই অধিকাৰৰ

অর্থে তোমাক যি দেশ দিছে, তাক পাপত নেপেলাবা।

[5] অলপতে বিয়া করা পুরুষ সৈন্যসমূহর লগত ওলাই নেযাব, আরু তাক কোনো কার্য্যর ভার দিয়া নেযাব; সি এবছরলৈকে স্বচ্ছন্দে আপোন ঘরত থাকি, আপুনি বিয়া করা তিরুতাক আনন্দিত করিব। [6] কোনোৱে কারো জাত শিল বা তার ওপর ভাগ বন্ধক নলব; তাকে করিলে প্রাণ বন্ধক লোৱা হয়।

[7] কোনো মানুহে যদি আপোন ভাই ইস্রায়েলর সন্তানবিলাকর মাজর কোনোক চুর করে, আরু তাক বন্দীরূপে ব্যবহার করে বা তাক বেচে, আরু ধরা পড়ে, তেন্তে সেই চোরর প্রাণদণ্ড হব; এই রূপে তুমি আপোনার মাজর পরা তেনে দুষ্টতা দূর করিবা।

[8] লেবীয়া পুরোহিতবিলাকে তোমালোকক দিয়া শিক্ষামতে যত্নেরে কার্য্য করিবলৈ, কুষ্ঠ রোগর বিষয়ে তুমি সাৱধান হবা; ময় সিবিলাকক যি যি আজ্ঞা দিছোঁ, তাক পালন করি সেই মতে কার্য্য করিবা। [9] মিচর দেশর পরা তোমালোক অহা সময়ত বাটত, তোমালোকর ঈশ্বর যিহোৱাই মিরিয়মলৈ কি করিছিল, তাক সোঁৱরণ করিবা।

[10] তোমার ওচর-চুবুরীয়াক কিবা ধারে দিলে, বন্ধকী বস্তু আনিবর নিমিত্তে তার ঘরত তুমি নোসোমাবা। [11] তুমি বাহিরত থিয় হৈ থাকিবা, আরু ধরুৱাই বন্ধকী বস্তু উলিয়াই তোমার ওচরলৈ আনিব। [12] আরু সি যদি দুখীয়া মানুহ হয়, তেন্তে তুমি তার বন্ধকী বস্তু রাখি নিদ্রা নেযাবা। [13] সূর্য্য মার যোৱা সময়ত তুমি তার সেই বস্তু তাক অবশ্যে ওলোটাই দিবা; তাতে সি আপোনার কাপর লৈ শয়ন করি তোমাক আশীর্ব্বাদ দিব, আরু তোমার ঈশ্বর যিহোৱার সাক্ষাতে সেয়ে তোমার ধার্ম্মিকতাস্বরূপ হব।

[14] তোমার ভাই হওক, বা তোমার দেশর নগরর দুৱারর ভিতরত থকা বিদেশীয়েই হওক, দিনে বেচ-খোৱা দুখীয়া-দরিদ্র চাকরক উপদ্রব নকরিবা। [15] সেই দিনাই তার বেচ তাক দিবা, সূর্য্য মার যোৱালৈকে তাক নেরাখিবা; কিয়নো সি দুখীয়া, আরু সেই ধনত তার প্রাণ লাগি আছে; নিদিলে, সি তোমার অহিতে যিহোৱার আগত কাতরোক্তি করিলে, তোমার পাপ হব।

[16] সন্তানর দোষত পিতৃর, বা পিতৃর দোষত সন্তানর প্রাণদণ্ড করা নহব; প্রত্যেকজনে আপোন আপোন পাপর কারণে প্রাণদণ্ড ভোগ করিব।

[17] তুমি বিদেশীর বা পিতৃহীনর বিচারত অন্যায় নকরিবা, আরু বিধৱার কাপর বন্ধক নলবা; [18] কিন্তু তুমি যে মিচরত বন্দী আছিলা, আরু তোমার ঈশ্বর যিহোৱাই যে তার পরা তোমাক মুক্ত করিলে, তাক সোঁৱরণ করিবা; এই নিমিত্তে ময় তোমাক এই কার্য্য করিবলৈ আজ্ঞা দিছোঁ।

[19] তুমি ক্ষেতির শস্য দোৱা সময়ত, যদি মুঠি এটা পাহরি এরি আহাঁ, তেন্তে তাক আনিবলৈ উলটি নেযাবা; সেয়ে বিদেশীর, পিতৃহীনর, আরু বিধৱার নিমিত্তে হব; তোমার ঈশ্বর যিহোৱাই তোমার হাতে করা আটাই কার্য্যত তোমাক আশীর্ব্বাদ দিবর নিমিত্তে, ইয়াকে করিবা।

[20] যেতিয়া তুমি আপোন জিতবৃক্ষর গুটি পাড়া, তেতিয়া তুমি অৱশিষ্ট থকা গুটির নিমিত্তে ডালবোর নেচাবা; সেয়ে বিদেশীর, পিতৃহীনর, আরু বিধৱার হব। [21] যেতিয়া তোমার দ্রাক্ষাবারীর দ্রাক্ষাগুটি চপোৱা, তেতিয়া এরি যোৱা গুটি তুমি নিছিঙিবা; সেয়ে বিদেশীর, পিতৃহীনর, আরু বিধৱার হব। [22] কিন্তু তুমি যে মিচর দেশত বন্দী আছিলা, তাক সোঁৱরণ করিবা; এই নিমিত্তে ময় তোমাক এই কার্য্য করিবলৈ আজ্ঞা দিছোঁ।

প্রহার করার নিয়ম। মৃত ভায়েক কি ককায়েকর ঘৈণীয়েকক বিয়া করা। ঠিক দগা আরু জোখ।

**২৫** মানুহবিলাকর মাজত বিবাদ হলে, সিহঁতে যদি বিচারস্থানলৈ যায়, আরু বিচারকর্ত্তাবিলাকে সিহঁতর বিচার করে, তেন্তে সিবিলাকে নির্দ্দোষীক নির্দ্দোষী করিব, আরু দোষীক দোষী করিব; [2] তাতে, যদি দোষী লোক প্রহারর যোগ্য হয়, তেন্তে বিচারকর্ত্তাই তাক শুৱাই লৈ, তার দোষ অনুসারে গণি গণি আপোনার সাক্ষাতে তাক কোবোৱাব। [3] তেওঁ

তাক চল্লিশ কোব মরাব পারে, তার অধিক নহব ;·নতুবা যদি অধিক হয়, সিমান কোবতকৈ অধিক কোব মরায়, তেন্তে তোমার ভাই তোমার আগত নীহ যেন হব।

[৪] শস্য মারোঁতে গৰুর মুখত মোখোরা নেবান্ধিবা।

[৫] যদি ককাই-ভাইবিলাক একেলগে থাকে, আৰু সিহঁতর মাজর এজন সন্তান নাইকিয়া হৈ মরে, তেন্তে সেই মৃতকর তিৰুতাই বাহিরর আন পুৰুষক বিয়া নকরিব; তাইর দেওরেক বা বড়-জনাই তাইক বিয়া করি তাইত গমন করিব, আৰু তাইলৈ দেওরেক বা বড়-জনাই করিব লগীয়া কার্য্য করিব। [৬] পাছে সেই তিৰুতাই যি প্ৰথম সন্তান জন্মাব, ইস্রায়েলর মাজর পরা মৃতকর নাম লুপ্ত নহবর নিমিত্তে, সি তার নামে উত্তরাধিকারী হব। [৭] আৰু সেই পুৰুষে যদি আপোন ভায়েক বা ককায়েকর তিৰুতাক গ্ৰহণ করিব নোখোজে, তেন্তে তার ককায়েক বা ভায়েকর সেই তিৰুতাই নগরর দুৱার-মুখলৈ বৃদ্ধ লোকবিলাকর ওচরলৈ গৈ কব, মোর দেওর বা বড়-জনাই ইস্রায়েলর মাজত আপোন ককায়েক বা ভায়েকর নাম রাখিবলৈ অসন্মত; সি মোলৈ দেওর বা বড়-জনাই করিব লগীয়া কার্য্য করিবলৈ ইচ্ছা নকরে। [৮] তেতিয়া তার নগরর বৃদ্ধ লোকবিলাকে তাক মাতি আনি কব; তাতে, যদি সি উঠি থিয় হৈ, এইক নিবলৈ মোর ইচ্ছা নাই, এই বুলি কয়, [৯] তেন্তে তার ককায়েক বা ভায়েকর ঘৈণীয়েকে বৃদ্ধ লোকবিলাকর সাক্ষাতে দেওরেক বা বড়-জনার গুরিলৈ গৈ তার ভরির পরা জোতা সোলোকাব, আৰু তার মুখত থু পেলাই উত্তর দি কব, যি কোনোৱে আপোন ককায়েক বা ভায়েকর বংশ উৎপন্ন নকরিব, তালৈ এই ৰূপে করা যাব। [১০] আৰু ইস্রায়েলর মাজত তার নাম জোতা-সোলোকা বংশ বুলি প্ৰখ্যাত হব।

[১১] পুৰুষবিলাকে ইজনে সিজনে কাজিয়া করিলে, সিহঁতর এজনর তিৰুতাই যদি প্ৰহার করাটোর হাতর পরা গিরিয়েকক এৰুৱাবলৈ গৈ হাত মেলি প্ৰহার করাটোর গুপুত অঙ্গত ধরে, [১২] তেন্তে তুমি তাইর হাত কাটি পেলাবা, তুমি কৃপাদৃষ্টি নকরিবা।

[১৩] তোমার মোনাত সৰু-বড় দুই রকম দগা নেথাকোক। [১৪] তোমার ঘরত সৰু-বড় দুবিধর ঐফা জোখ থাকিব নেলাগে। [১৫] তোমার ঈশ্বর যিহোৱাই তোমাক যি দেশ দিছে, সেই দেশত তোমার আয়ুষ দীঘল হবর নিমিত্তে তুমি ঠিক আৰু ন্যায় দগা, ঠিক আৰু ন্যায় ঐফা জোখ রাখিবা। [১৬] কারণ, যিবোরে এনে কার্য্য করে, আৰু যিবোরে অন্যায় করে, সেই সকলোবোর তোমার ঈশ্বর যিহোৱার ঘিণলগীয়া।

[১৭] মিচরর পরা তুমি ওলাই আহোঁতে, বাটত অমালেকে তোমালৈ কি করিলে, [১৮] তোমাক বাটত লগ পাই তোমার পাছে পাছে গৈ, তুমি শ্ৰান্ত আৰু ক্লান্ত হোৱা কালত সি ঈশ্বরক ভয় নকরি তোমার পাছত যোৱা দুর্ব্বল লোকবিলাকক কেনেকৈ বধ করিলে, তাক সোঁৱরণ করিবা। [১৯] এই হেতুকে, তোমার ঈশ্বর যিহোৱাই যি দেশ অধিকার করিবর অর্থে আধিপত্য-স্বৰূপে তোমাক দিছে, সেই দেশত তোমার ঈশ্বর যিহোৱাই চারিওফালে থকা সকলো শত্ৰুর পরা যেতিয়া তোমাক বিশ্ৰাম দিব, তেতিয়া তুমি আকাশর তলর পরা অমালেকর সোঁৱরণর চিন লুপ্ত করিবা, ইয়াক নেপাহরিবা।

শস্যর আগ-ভাগ আৰু দশম ভাগ দিয়া
সমযত ধন্যবাদ আৰু প্ৰার্থনা করা।

**২৬** তোমার ঈশ্বর যিহোৱাই অধিকারর অর্থে যি দেশ তোমাক দিছে, তুমি যেতিয়া সেই দেশত সোমাই তাক অধিকার করি তার মাজত বাস করিবা, [২] তেতিয়া আপোন ঈশ্বর যিহোৱাই দিয়া আপোনার সেই দেশর ভূমিত উৎপন্ন হোৱা সকলো শস্যর যি প্ৰথমে পকা ফল তুমি উৎসর্গ করিবা, তার কিছু কিছু লৈ পাচিত ভরাই, তোমার ঈশ্বর যিহোৱাই আপোন নাম থাকিবর নিমিত্তে যি ঠাই মনোনীত করিব, সেই ঠাইলৈ যাবা। [৩] আৰু সেই কালর পুরোহিত জনর আগলৈ গৈ তেওঁক কবা, যিহোৱাই আমাক যি দেশ দিম বুলি আমার পূর্ব্ব-পুৰুষবিলাকর আগত শপথ করিছিল, সেই দেশত মই সোমালোঁ, ইয়াক আজি তোমার ঈশ্বর যিহোৱার আগত স্বীকার করিছোঁ। [৪] তাতে পুরোহিত জনে তোমার হাতর পরা পাচিটো

লৈ, তোমার ঈশ্বর যিহোৱার যজ্ঞবেদির আগত থব। [৫] আৰু তুমি আপোন ঈশ্বর যিহোৱার আগত উত্তর করি কবা, এজন মরিব লগা অরামীয়া লোক মোর ওপর-পিতৃ আছিল; তেওঁ অলপ লোক লগত লৈ, মিচরলৈ নামি গৈ তাত প্রবাস করিলে; আৰু সেই ঠাইত মহৎ, পরাক্রমী, আৰু বহু প্রজাপূর্ণ এক জাতি হৈ উঠিল। [৬] পাছে মিচরীয়া লোকবিলাকে আমাক উপদ্রব করিলে, আমাক দুঃখ দিলে, আমাক কঠিনরূপে বন্দী-কাম করালে; [৭] তেতিয়া আমি আপোন পিতৃবিলাকর ঈশ্বর যিহোৱার আগত কাতরোক্তি করিলোঁ, তাতে যিহোৱাই আমার কাতরোক্তি শুনি, আমার দুঃখ, শ্রম, আৰু উপদ্রৱলৈ দৃষ্টি করিলে; [৮] আৰু যিহোৱাই বলবান হাত, মেলা বাহু, মহাভয়ানক কার্য্য, নানা চিন, আৰু অদ্ভুত লক্ষণেরে মিচরর পরা আমাক উলিয়াই, [৯] এই ঠাইলৈ আনি, দুগ্ধ মধু বোৱা এই দেশ আমাক দিলে। [১০] এতিয়া হে যিহোৱা, এইয়া দেখা, তুমি মোক যি ভূমি দিছা, তার ফলর প্রথমে পকা ভাগ ময় আনিছোঁ, এই বুলি তুমি আপোন ঈশ্বর যিহোৱার আগত তাক থৈ আপোন ঈশ্বর যিহোৱার আগত প্রণিপাত করিবা; [১১] আৰু তোমার ঈশ্বর যিহোৱাই তোমাক আৰু তোমার পরিয়ালক যি যি মঙ্গল করিছে, সেই সকলোতে তুমি তোমার মাজত থকা লেবীয়া আৰু বিদেশী লোকে সৈতে আনন্দ করিবা।

[১২] তৃতীয় বছরত, অর্থাৎ দশম ভাগর বছরত আপোনার ভূমিত উৎপন্ন হোৱা দ্রব্যর দশম ভাগ পৃথক করি এটোৱার পাছত, তুমি লেবীয়াক, বিদেশীক, পিতৃহীনক, আৰু বিধৱাক তাক দিবা; তাতে সিবিলাকে তোমার নগরর দুৱারর ভিতরত তাক খাই তৃপ্ত হব। [১৩] আৰু তুমি আপোন ঈশ্বর যিহোৱার আগত এই কথা কবা, তুমি মোক দিয়া তোমার গোটেই ব্যবস্থা অনুসারে ময় আপোন ঘরর পরা পবিত্রীকৃত দ্রব্য উলিয়াই আনি, লেবীয়াক, বিদেশীক, পিতৃহীনক, আৰু বিধৱাক দিলোঁ; তোমার আজ্ঞাবিলাকর মাজর কোনো আজ্ঞা লঙ্ঘন করা নাই, আৰু পাহরাও নাই; [১৪] শোকর কালত ময় তার অলপো খোৱা নাই, আৰু অশুচি হোৱা কালত তার একোকে উলিওৱা নাই, আৰু মরা লোকর নিমিত্তেও তার অলপকে দিয়া নাই; মোর ঈশ্বর যিহোৱার বাক্য শুনি, তুমি মোক দিয়া আটাই আজ্ঞার দরেই ময় কার্য্য করিলোঁ। [১৫] তুমি আপোন পবিত্র নিবাস স্বর্গর পরা দৃষ্টি করি, আপোনার প্রজা ইস্রায়েলক, আৰু আমার পূর্ব্ব-পুরুষবিলাকর আগত তুমি করা শপথ অনুসারে যি ভূমি আমাক দিছা, সেই দুগ্ধ মধু বোৱা দেশক আশীর্ব্বাদ করা।

[১৬] আজি তোমার ঈশ্বর যিহোৱাই এই বিধি আৰু শাসন-প্রণালীবোর পালন করিবলৈ তোমাক আজ্ঞা করিছে; এই হেতুকে তুমি সকলো মন আৰু সকলো প্রাণেরে সেইবোর পালন করি সেই মতে কার্য্য করিবা। [১৭] ময় তোমার ঈশ্বর হম, আৰু তুমি মোর পথত চলি মোর বিধি, আজ্ঞা, আৰু শাসন-প্রণালীবোর পালন করিবা, আৰু মোর বাক্যলৈ কাণ দিবা, এনে কথা আজি তুমি যিহোৱাক কবলৈ কারণ দিলা; [১৮] আৰু, তোমার প্রতিজ্ঞা অনুসারে ময় তোমার বিশেষ প্রজা হম, আৰু তোমার সকলো আজ্ঞা পালন করিম, [১৯] তাতে তুমি সৃজা সকলো জাতিতকৈ, প্রশংসা, যশস্যা, আৰু মর্য্যাদাত তুমি মোক শ্রেষ্ঠ করিবা, আৰু তোমার বাক্য অনুসারে ময় আপোন ঈশ্বর যিহোৱার উদ্দেশে পবিত্র প্রজা হম, এনে কথা যিহোৱায়ো আজি তোমাক কবলৈ কারণ দিলে।

কনান দেশত ব্যবস্থা লিখিবলৈ, আৰু এবল পর্ব্বতত শাও প্রকাশ করিবলৈ আদেশ।

## ২৭

পাছে মোচিয়ে আৰু ইস্রায়েলর বৃদ্ধসকলে লোকবিলাকক এই আজ্ঞা করিলে, আজি ময় তোমালোকক দিয়া গোটেই ব্যবস্থা তোমালোকে পালন করিবা; [২] আৰু তোমার ঈশ্বর যিহোৱাই তোমাক যি দেশ দিছে, তুমি যর্দ্দন পার হৈ যেতিয়া সেই দেশ পাবাগৈ, তেতিয়া আপোনার নিমিত্তে কেইটামান ডাঙর শিল স্থাপন করি তাক চূণেরে লিপিবা। [৩] আৰু তোমার পূর্ব্ব-পুরুষবিলাকর ঈশ্বর যিহোৱাই তোমালৈ প্রতিজ্ঞা করার দরে, তেওঁ তোমাক যি দুগ্ধ মধু বোৱা দেশ দিছে, তাত যেন তুমি সোমাব পারা, এই নিমিত্তে তুমি পার হোৱার পাছত সেই শিলবোরর ওপরত এই ব্যবস্থার

সকলো কথা লিখিবা; [৪] মই আজি যি শিল-বোরর বিষয়ে তোমালোকক আজ্ঞা করিলোঁ, তোমালোকে যৰ্দ্দন পার হলে এবল পৰ্ব্বতত সেই সকলো শিল স্থাপন করি তাক চূণেরে লিপিবা। [৫] আরু যি শিলর ওপরত লোহার অস্ত্র তোলা নাই, এনে শিলেরে সেই ঠাইতে তুমি আপোন ঈশ্বর যিহোৱার উদ্দেশে এটা যজ্ঞবেদি নিৰ্ম্মাণ করিবা। [৬] তুমি আপোন ঈশ্বর যিহোৱার সেই বেদি নকটা-শিলেরে নিৰ্ম্মাণ করি, তার ওপরত আপোন ঈশ্বর যিহোৱার উদ্দেশে হোম-বলি উৎ-সর্গ করিবা, [৭] আরু মঙ্গলার্থক বলিও দি, সেই ঠাইত ভোজন করি আপোন ঈশ্বর যিহোৱার আগত আনন্দ করিবা। [৮] আরু সেই শিল-বোরর ওপরত এই ব্যবস্থার সকলো কথা অতি স্পষ্টরূপে লিখিবা।

[৯] পাছে মোচি আরু লেবীয়া পুরোহিত-বিলাকে গোটেই ইস্রায়েলক কলে, হে ইস্রায়েল, মনে মনে থাকি শুনা; আজি তুমি আপোন ঈশ্বর যিহোৱার প্রজা হলা। [১০] এই কারণে আপোন ঈশ্বর যিহোৱার বাক্যলৈ কাণ দি আজি মই তোমাক আদেশ করা তেওঁর আজ্ঞা আরু বিধিবোর তুমি পালন করিবা।

[১১] সেই দিনা মোচিয়ে লোকবিলাকক এই আজ্ঞা করিলে, [১২] তোমালোকে যৰ্দ্দন পার হলে, লোকবিলাকক আশীৰ্ব্বাদ করিবলৈ, চিমিয়োন, লেবী, যিহূদা, ইচাখর, যোচেফ, আরু বিন্যামীন, ইবিলাকে গরিজীম পৰ্ব্বতত উঠি থিয় হব; [১৩] আরু রূবেণ, গাদ, আচের, জবূলূন, দান, আরু নপ্তালী, ইবিলাকে শাও দিবলৈ এবল পৰ্ব্বতত থিয় হব। [১৪] তার পাছে লেবীয়াবিলাকে মাত লগাই ইস্রায়েলর সকলো লোকক বড় মাতেরে কব।

[১৫] যি মানুহে শিল্পকারর হাতে করা, যিহোৱার ঘিণলগীয়া, কটা বা সাঁচত ঢলা কোনো মূৰ্ত্তি নিৰ্ম্মাণ করি গুপুতে তাক স্থাপন করিব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে উত্তর দি, সেয়ে হওক বুলি কব।

[১৬] যি কোনোৱে আপোন পিতৃ-মাতৃক অমান্য করিব, সি শাপগ্রস্ত হওক; তাতে সকল লোকে সেয়ে হওক বুলি কব।

[১৭] যি কোনোৱে ওচর-চুবুরীয়ার মাটির সীমার চিন লরাব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

[১৮] যি কোনোৱে অন্ধকর বাট হেরুৱাব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

[১৯] যি কোনোৱে বিদেশী, পিতৃহীন, আরু বিধৱার বিচারত অন্যায় করিব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

[২০] যি কোনোৱে বাপেকর তিরুতারে সৈতে শয়ন করিব, সি আপোনার বাপেকর আবরণীয় কাপর গুচুৱাত সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

[২১] যি কোনোৱে পশুত পতিত হব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

[২২] যি কোনোৱে আপোন ভনীয়েক কি বায়েকে সৈতে, অর্থাৎ বাপেকর জীয়েক বা মাকর জীয়েকর লগত শয়ন করিব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

[২৩] যি কোনোৱে শাহুয়েকে সৈতে শয়ন করিব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

[২৪] যি কোনোৱে ওচর-চুবুরীয়াক গুপুতে বধ করিব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

[২৫] যি কোনোৱে নিৰ্দ্দোষীক বধ করিবলৈ ভেটি খাব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

[২৬] যি কোনোৱে এই ব্যবস্থার সকলো বাক্য পালন করি সিদ্ধ নকরিব, সি শাপগ্রস্ত হওক; তাতে সকলো লোকে সেয়ে হওক বুলি কব।

আচরণ অনুসারে ইস্রায়েলীয়াবিলাকে ভোগ করিব লগা আশীৰ্ব্বাদ বা শাও।

**২৮** তুমি যদি আপোন ঈশ্বর যিহোৱার বাক্যলৈ যত্নেরে কাণ দি মই আজি তোমাক দিয়া তেওঁর আটাই আজ্ঞা পালন করি, সেই মতে কাৰ্য্য করা, তেন্তে তোমার ঈশ্বর যিহোৱাই পৃথিবীত থকা সকলো জাতিতকৈ তোমাক প্রধান করিব। [২] আরু তুমি আপোন ঈশ্বর

যিহোৱার বাক্যলৈ কাণ দিলে, এই সকলো আশীর্ব্বাদ তোমার ওপরত পড়িব, আরু তোমাতে ফলিয়াব। [৩] তুমি নগরত আশীর্ব্বাদ পাবা, আরু গাঁৱে-ভূঁয়ে আশীর্ব্বাদ পাবা। [৪] তোমার গর্ব্ভফল, ভূমির ফল, আরু পশুর গর্ব্ভফল, অর্থাৎ গরুর দামুরি, আরু মের ও ছাগলীর পোৱালিয়েও আশীর্ব্বাদ পাব। [৫] তোমার পাচি আরু তোমার আটাগুড়ি খচা পাত্রয়ো আশীর্ব্বাদ পাব। [৬] তুমি ভিতরলৈ যোৱা সময়ত আশীর্ব্বাদ পাবা, আরু বাহিরলৈ অহা কালতো আশীর্ব্বাদ পাবা। [৭] যিহোৱাই তোমার বিরুদ্ধে উঠা শত্রুবোরক তোমার আগত ঘটুৱাব; সিহঁতে এক বাটেদি তোমার অহিতে আহি, তোমার আগর পরা সাত বাটেদি পলাই যাব। [৮] যিহোৱাই তোমার ভঁরালত, আরু তোমার হাতে করা আটাই কার্য্যত তোমার ওপরত আশীর্ব্বাদ পড়িবলৈ আজ্ঞা দিব; তোমার ঈশ্বর যিহোৱাই তোমাক যি দেশ দিছে, তেওঁ তাত তোমাক আশীর্ব্বাদ করিব। [৯] যদি তুমি আপোন ঈশ্বর যিহোৱার আজ্ঞাবোর পালন করা আরু তেওঁর পথত চলা, তেন্তে যিহোৱাই তোমার আগত শপথ করার দরে, তোমাক আপোনার এক পবিত্র প্রজা করিব। [১০] তাতে, পৃথিবীত থকা সকলো জাতিবোরে, যিহোৱার নামেরে তুমি প্রখ্যাত হোৱা দেখি তোমালৈ ভয় করিব। [১১] আরু যিহোৱাই তোমাক যি দেশ দিম বুলি তোমার পূর্ব্ব-পুরুষবিলাকর আগত শপথ করিছিল, সেই দেশত তেওঁ তোমার গর্ব্ভফল, তোমার পশুর গর্ব্ভফল, আরু ভূমির ফলেরে মঙ্গলর অর্থে তোমাক ঐশ্বর্য্যৱন্ত করিব। [১২] উচিত সময়ত তোমার ভূমিত বরষুণ দিবলৈ, আরু তোমার হাতে করা সকলো কার্য্যত আশীর্ব্বাদ দিবলৈ, যিহোৱাই আপোনার উত্তম আকাশ-ভঁরাল মুকলি করিব; তাতে তুমি অনেক জাতিক ধার দিবা, কিন্তু তুমি নিজে ধার নকরিবা। [১৩] তুমি পালন করি সেই মতে কার্য্য করিবলৈ, তোমার যিহোৱার যি যি আজ্ঞা আজি ময় তোমাক দিছোঁ, সেইবোরলৈ তুমি কাণ দি, আজি ময় তোমাক যি যি আদেশ-বাক্য কৈছোঁ, তুমি আন দেৱতাবোরক পূজা করিবর অর্থে সেইবোরর পাছত চলি, সেই আদেশ-বাক্যবোরর এটা বাক্যর সোঁ বা বাঁও-ফালে নুঘুরিলে, যিহোৱাই তোমাক মূর করিব, নেগুর নকরিব, [১৪] তুমি কেৱল ওপর হৈ থাকিবা, তল হৈ নেথাকিবা।

[১৫] কিন্তু ময় আজি তোমাক তেওঁর যি যি আজ্ঞা আরু বিধি দিছোঁ, সেই সকলোকে পালন করি সেই মতে কার্য্য করিবলৈ যদি তুমি আপোন ঈশ্বর যিহোৱার বাক্যলৈ কাণ নিদিয়া, তেন্তে এই সকলো শাও তোমার ওপরত পড়িব, আরু তোমাত ফলিয়াব। [১৬] তুমি নগরত শাও পাবা, আরু গাঁৱে-ভূঁয়ে শাও পাবা। [১৭] তোমার পাচি আরু তোমার আটাগুড়ি খচা পাত্রয়ো শাও পাব। [১৮] তোমার গর্ব্ভফল, ভূমির ফল, গরুর দামুরি, আরু মের ও ছাগলীর পোৱা-লিয়েও শাও পাব। [১৯] তুমি ভিতরলৈ যোৱা কালত শাও পাবা, আরু বাহিরলৈ অহা কালতো শাও পাবা। [২০] তুমি মন্দ কার্য্য করি মোক ত্যাগ করার কারণে, তুমি সংহার আরু শীঘ্রে বিনষ্ট নোহোৱালৈকে, করিবলৈ হাত দিয়া তোমার সকলো কার্য্য তুমি করি থাকোঁতে, যিহোৱাই তোমার মাজলৈ শাও, ব্যাকুলতা, আরু ধমকি পঠাই থাকিব। [২১] তুমি অধিকারর অর্থে যি দেশত সোমাবলৈ গৈছা, সেই দেশর পরা যিহোৱাই তোমাক উচ্ছন্ন নকরেমানে তোমাত মহামারী লগাই থব। [২২] যিহোৱাই যক্ষ্মারোগ, জ্বর, পোরণি, দাহ, তরোৱাল, ককর্ত্ত-নীয়া, আরু রঙামূরীয়া, এইবোরর দ্বারায় তোমাক মারিব; তুমি বিনষ্ট নোহোৱামানে সেইবোরে তোমার লগ নেরিব। [২৩] আরু তোমার মূরর ওপরত থকা আকাশখন পিত্তল যেন, আরু তলত থকা পৃথিবীখন লোহা যেন হব। [২৪] যিহো-ৱাই তোমার দেশত বরষুণর সলনি ধূলি আরু বালি বরষাব; তুমি বিনষ্ট নোহোৱালৈকে, সেয়ে আকাশর পরা তোমার ওপরত পড়ি থাকিব। [২৫] যিহোৱাই তোমার শত্রুবোরর আগত তোমাক ঘটুৱাব; তুমি এক বাটে সিহঁতর অহিতে ওলাই যাবা, কিন্তু সাত বাটেদি সিহঁতর আগর পরা পলাই আহিবা; আরু পৃথিবীর সকলো রাজ্যর মাজত তুমি ত্রাসর বিষয় হবা। [২৬] আরু তোমার শব আকাশর আটাই চরাইর আরু পৃথিবীর জন্তুবোরর আহার

হব; সিহঁতক খেদাবলৈ কোনো নহব। [27] যিহোৱাই তোমাক মিচৰীয়া বিষফোঁহোৱা, খহু, কাঁপৰ, আৰু খজুলি, এইবোৰ সুস্থ কৰিব নোৱৰা ৰোগেৰে প্ৰহাৰ কৰিব। [28] যিহোৱাই তোমাক পাগলামি, অন্ধতা, আৰু মনৰ ব্যাকুলতাৰে আঘাত কৰিব; [29] অন্ধকে যেনেকৈ আন্ধাৰত খপিয়াই ফুৰে, তেনেকৈ তুমি দিন-দুপৰতে খপিয়াই ফুৰিবা, আৰু কোনো কাৰ্য্যত উন্নতি নেপাবা; সদায় তোমাক কেৱল উপদ্ৰৱ আৰু লুট কৰা হব, আৰু তোমাক ৰক্ষা কৰিবলৈ কোনো নেথাকিব। [30] তোমালৈ কোনো ছোৱালী বাগ্‌দান কৰা হব, কিন্তু আন পুৰুষে তাইৰ লগত শয়ন কৰিব; তুমি ঘৰ সাজিবা, কিন্তু তুমি তাত বাস কৰিবলৈ নেপাবা; তুমি দ্ৰাক্ষাবাৰী পাতিবা, কিন্তু তাৰ গুটি ভোগ কৰিবলৈ নেপাবা। [31] তোমাৰ গৰু তোমাৰ আগতেই বধ কৰা হব, কিন্তু তুমি তাক খাবলৈ নেপাবা; তোমাৰ গাধ তোমাৰ আগৰ পৰা বলেৰে নিয়া হব, কিন্তু তোমাক ওলোটাই দিয়া নেযাব; তোমাৰ মেৰৰ আৰু ছাগৰ জাক তোমাৰ শত্ৰুবোৰক দিয়া হব, কিন্তু তোমাৰ পক্ষে নিস্তাৰ কৰোঁতা কোনো নেথাকিব। [32] তোমাৰ পো-জীবোৰক আন জাতিলৈ দিয়া হব, আৰু গোটেই দিন সিহঁতলৈ বাট চাওঁতেই চকু বিগাব; আৰু তোমাৰ হাতত বল নাইকিয়া হব। [33] তুমি নজনা এক জাতিয়ে তোমাৰ ভূমিৰ শস্য আৰু তোমাৰ শ্ৰমৰ সকলো ফল ভোগ কৰিব; তোমাক সদায় কেৱল উপদ্ৰৱ আৰু গুড়ি কৰা হব; [34] তাতে, তুমি চকুৰে যি দেখিবা, তাৰ কাৰণেই বলীয়া হবা। [35] যিহোৱাই তোমাৰ আঁঠু, কৰঙন, আৰু ভৰি-তলুৱাৰ পৰা মূৰলৈকে, সুস্থ কৰিব নোৱৰা বিষফোঁহোৱাৰে তোমাক প্ৰহাৰ কৰিব। [36] যিহোৱাই তোমাক, আৰু যি ৰজাক তুমি আপোনাৰ ওপৰত পাতিবা, তেওঁকো তুমি আৰু তোমাৰ পূৰ্ব্ব-পুৰুষবিলাকেও নজনা এনে এক জাতিৰ ওচৰলৈ লৈ যাব; সেই ঠাইত তুমি কাঠ আৰু শিলৰ আন দেৱতাবোৰৰ মূৰ্ত্তিক সেৱাপূজা কৰিবা। [37] আৰু যিহোৱাই তোমাক যিবিলাক জাতিৰ মাজলৈ লৈ যাব, সেইবোৰৰ মাজত তুমি বিস্ময়, দৃষ্টান্ত, আৰু বিদ্ৰূপৰ বিষয় হবা। [38] তুমি বহুৎ কঠিয়া খেতিলৈ লৈ যাবা, কিন্তু অলপহে গোটাবা; কিয়নো কাকতি ফৰিঙে তাক বিনষ্ট কৰিব। [39] তুমি দ্ৰাক্ষাবাৰী পাতি তাক আপ্‌ডাল কৰিবা, কিন্তু দ্ৰাক্ষাৰস পান কৰিবলৈ বা দ্ৰাক্ষাগুটি চপাবলৈ নেপাবা; কিয়নো পোকে তাক খাই পেলাব। [40] তোমাৰ ভূমিৰ আটাই সীমাত তোমাৰ জিত-বৃক্ষ হব, কিন্তু তুমি তেল ঘঁহিবলৈ নেপাবা; কিয়নো তোমাৰ জিত ফল সৰি যাব। [41] তোমাৰ লৰা-ছোৱালী জন্মিব, কিন্তু সিহঁত তোমাৰ নহব; কিয়নো সিহঁতক বন্দী কৰি নিয়া হব। [42] ফৰিঙে তোমাৰ সকলো গছ, আৰু তোমাৰ ভূমিৰ ফল ভোগ কৰিব। [43] তোমাৰ মাজত থকা বিদেশী লোক ক্ৰমে ক্ৰমে তোমাৰ ওপৰ হব, কিন্তু তুমি ক্ৰমে ক্ৰমে তললৈ যাবা। [44] সি তোমাক ধাৰ দিব, কিন্তু তুমি তাক ধাৰ দিব নোৱাৰিবা; সি মূৰ হব, তুমি নেগুৰ হবা। [45] আৰু এই সকলো শাও তোমাৰ ওপৰত পৰিব, তোমাৰ পাছে পাছে খেদি তোমাক ধৰি, তুমি বিনষ্ট নোহোৱালৈকে তোমাৰ লগ নেৰিব; কাৰণ, তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক দিয়া আজ্ঞা আৰু বিধিবোৰ পালন কৰিবলৈ যিহোৱাৰ বাক্যলৈ কাণ নিদিলা। [46] আৰু সেইবোৰ শাও তোমাৰ আৰু তোমাৰ বংশৰ ওপৰত সদাকাললৈ চিন আৰু অদ্ভুত লক্ষণ-স্বৰূপে থাকিব; [47] কাৰণ, তোমাৰ সকলো বস্তু অধিক হোৱাত, তুমি আনন্দেৰে আৰু মনৰ উল্লাসেৰে আপোন ঈশ্বৰ যিহোৱাৰ সেৱা নকৰিলা; [48] এই কাৰণে, যিহোৱাই তোমাৰ বিৰুদ্ধে যি শত্ৰুবোৰক পঠাব, তুমি ভোক, পিয়াহ, আৰু উলঙ্গতাৰে আটাই বস্তুৰ অভাৱত সেই শত্ৰুবোৰৰ বন্দী-কাম কৰিবা, আৰু তেওঁ তোমাক বিনষ্ট নকৰালৈকে, তোমাৰ ডিঙিত লোহাৰ যুঁৱলি থৈ দিব। [49] যাৰ ভাষা তুমি বুজিব নোৱাৰা, [50] যি জাতিয়ে বুঢ়াক নেমানিব, ডেকাক দয়া নকৰিব, এনে কঠিন মূৰ্ত্তিৰ কোনো এক জাতিক, যিহোৱাই তোমাৰ বিৰুদ্ধে দূৰৰ পৰা, পৃথিবীৰ সিমূৰৰ পৰা কুৰৰ পক্ষীৰ বেগৰ দৰে আনিব। [51] তুমি বিনষ্ট নোহোৱালৈকে সেই জাতিয়ে তোমাৰ পশুৰ গৰ্ভফল আৰু ভূমিৰ ফল খাই পেলাব; সেই জাতিয়ে তোমাৰ বিনাশ

নেপাঁধেমানলৈকে, শস্য, দ্রাক্ষারস, তেল, গরুর দামুরি, আরু মের ও ছাগলীর পোৱালিকো তোমালৈ অৱশিষ্ট নেরাখিব; [৫২] আরু তোমার গোটেই দেশর যিবোর ওখ আরু দৃঢ় গড়ত তুমি বিশ্বাস করা, সেয়ে নপড়েমানে, তোমার ঈশ্বর যিহোৱাই তোমাক দিয়া তোমার গোটেই দেশর আটাই নগরর দুৱারর ভিতরত সেই জাতিয়ে তোমাক অৱরোধ করি রাখিব। [৫৩] অৱরোধর কালত, আরু যি টান অৱস্থাত তোমার শত্রুবোরে তোমাক পেলাব, সেই অৱস্থাত তুমি আপোন গর্ত্তফল, তোমার ঈশ্বর যিহোৱাই তোমাক দিয়া আপোন লরা-ছোৱালীবোরর মঙহ খাব লগা হব। [৫৪] অৱরোধর কালত, আরু যি টান অৱস্থাত তোমার শত্রুৱে তোমার আটাই নগরর দুৱারর ভিতরত তোমাক পেলাব, সেই অৱস্থাত, তোমার মাজত থকা কোমল আরু অতি আলসুৱা মানুহে আপোন ভাই, আপোন মরমর তিরুতা, আরু অৱশিষ্ট থকা আপোনার লরা-ছোৱালীবিলাকলৈকো এনে কুদৃষ্টি করিব, [৫৫] যে, সি খাব লগা আপোন সন্তানবিলাকর মঙহর অলপো সিহঁতর কাকো নিদিব; কারণ সেইখিনির বাহিরে তার আরু একো নহব। [৫৬] অৱরোধর কালত, আরু যি টান অৱস্থাত তোমার শত্রুৱে তোমার নগরর দুৱারর ভিতরত তোমাক পেলাব, সেই অৱস্থাত, কোমল আরু আলসুৱার কারণে মাটিত ভরি দিবলৈ ইচ্ছা নকরা, তোমার মাজত থকা কোমল আরু আলসুৱা তিরুতাই আপোনার মরমর গিরিয়েক আরু পুতেক-জীয়েকলৈ, [৫৭] এনে কি, আপোনার দুই ভরির মাজর পরা ওলোৱা পাছসাল আরু আপুনি প্রসব করা আপোনার সন্তানবিলাকলৈ কুদৃষ্টি করিব; কিয়নো সকলো বস্তুর অভাৱত তাই সেইবোর মনে মনে খাব। [৫৮] তোমার ঈশ্বর যিহোৱা, এই প্রতাপী আরু ভয়ানক নাম ভয় করিবর অর্থে যদি তুমি এই পুস্তকত লিখা এই ব্যৱস্থার সকলো বাক্য পালন করি সেই মতে কার্য্য নকরা, [৫৯] তেন্তে যিহোৱাই তোমাক আরু তোমার বংশকো নানা আশ্চরিত আপদত পেলাব, মহা-আপদ, এনে কি, অধিক কাল থকা নানা আপদত আরু বহু দিনলৈ থকা নানা বিষম রোগত পেলাব। [৬০] আরু যিহলৈ তুমি ভয় করিছিলা, সেই সকলো মিচরীয়া রোগ পুনরায় তেওঁ তোমার গাত দিব, আরু সেইবোর তোমাত লাগি থাকিব। [৬১] তার বাহিরে এই ব্যৱস্থা-পুস্তকত নিলিখা প্রত্যেক আপদ, তুমি বিনষ্ট নোহোৱামানে যিহোৱাই তোমালৈ ঘটাব। [৬২] তুমি আকাশর তরার নিচিনা অসংখ্য হলেও লেখত তাকর হৈ অৱশিষ্ট থাকিবা। [৬৩] আরু তোমালোকর মঙ্গল ও তোমালোকক বৃদ্ধি করিবলৈ যি রূপে যিহোৱাই আনন্দ করিছিল, সেই রূপে তোমালোকক বিনষ্ট আরু সংহার করিবলৈ যিহোৱাই তোমালোকত আনন্দ করিব; আরু অধিকার করিবলৈ তোমালোকে যি দেশত সোমাবা, তার পরা তোমালোকক উঘলা যাব। [৬৪] আরু যিহোৱাই তোমাক পৃথিবীর ইমূরর পরা সিমূরলৈকে জাতিবোরর মাজত গোট গোট করিব; সেই ঠাইত, তুমি বা তোমার পূর্ব্ব-পুরুষবিলাকেও নজনা কাঠর আরু শিলর আন দেৱতাবোরক সেৱাপূজা করিবা। [৬৫] আরু সেই জাতিবোরর মাজত তুমি একো সুখ নেপাবা, আরু তোমার ভরি-তলুৱাই জিরণি নেপাব; কিন্তু যিহোৱাই সেই ঠাইত তোমার বুকু কঁপাব, চকু দুর্ব্বল করিব, আরু প্রাণ শুকুৱাব; [৬৬] আরু তোমার প্রাণ তোমার আগত, চিগোঁ-চিগোঁ হৈ থকা সূতাত ওলমি থাকিব, আরু তুমি দিনে-রাতিয়ে ভয় করিবা, আরু তোমার প্রাণর একো আশা নেথাকিব; [৬৭] তুমি মনত যি ভয় করিবা, আরু চকুত যি দর্শন পাবা, তার কারণে তুমি রাতি-পুৱা কবা, ইচ, কেতিয়া সন্ধ্যা হব! আরু সন্ধ্যা হলে কবা, ইচ, কেতিয়া রাতি পুৱাব! [৬৮] সেই পথ তুমি আকৌ দেখা নেপাবা বুলি যি পথর বিষয়েময় তোমাক কৈছিলোঁ, যিহোৱাই সেই পথেদি মিচর দেশলৈ জাহাজেরে তোমাক পুনরায় লৈ যাব, আরু সেই ঠাইত তোমালোকক আপোন শত্রুবোরর গুরিত বন্দীবেটীস্বরূপে বেচিবলৈ নিয়া হব, কিন্তু তোমাক কিনোঁতা কোনো নহব।

ঈশ্বরীয় নিয়মটীর সামরণী।

**২৯** যিহোৱাই হোরেবত ইস্রায়েলর সন্তান-বিলাকে সৈতে করা নিয়মটীর বাহিরে, মোৱাব

দেশত সিবিলাকে সৈতে তেওঁ যি নিয়ম করিবলৈ মোচিক আজ্ঞা করিলে, সেই নিয়মটীর বাক্য এইবোর।

২ পাছে মোচিয়ে গোটেই ইস্রায়েলক মাতি কলে, যিহোবাই মিচর দেশত ফরৌণ আরু তেওঁর সকলো পাত্রমন্ত্রীবিলাকলৈ, আরু গোটেই দেশলৈকো তোমালোকর চকুর আগত যি যি করিছিলে, সেই আটাই কার্য্য তুমি দেখিবলৈ পালা; ৩ সেই নানা পরীক্ষা, চিন, আরু সেই মহা-অদ্ভুত লক্ষণ তোমালোকে দেখিবলৈ পালা; ৪ কিন্তু যিহোবাই তোমালোকক বুজিবলৈ মন, দেখিবলৈ চকু, আরু শুনিবলৈ কাণ আজিলৈকে দিয়া নাই। ৫ আরু ময় চল্লিশ বছর তোমালোকক অরণ্যত ভ্রমণ করাইছোঁ; তোমালোকর গাত তোমালোকর কাপর পুরণী হৈ ফটা নাই; আরু তোমালোকর ভরির জোতাও পুরণী হৈ ফাটি যোরা নাই; ৬ ময় যে তোমালোকর ঈশ্বর যিহোবা, ইয়াক যেন তোমালোকে জানিব পারা, এই নিমিত্তে তোমালোকে পিঠা ভোজন করা নাই, আরু দ্রাক্ষারস কি সুরা পান করা নাই। ৭ আরু তোমালোকে এই ঠাই পোরাত, হিচ্‌বোনর চীহোন রজা, আরু বাচানর ওগ রজাই আমারে সৈতে যুদ্ধ করিবলৈ ওলাই আহিলত, আমি সিহঁতক পরাজয় করিলোঁ; ৮ আরু সিহঁতর দেশ লৈ, অধিকারর অর্থে রুবেণীয়া ও গাদীয়াবিলাকক, আরু মনচির আধা ফৈদক দিলোঁ। ৯ এই হেতুকে তোমালোকে যি যি করিবা, সেই সকলোতে যেন তোমালোক কৃতকার্য্য হোরা, এই নিমিত্তে এই নিয়মটীর বাক্য পালন করি সেই মতে কার্য্য করিবা।

১০ যিহোবাই তোমাক যেনেকৈ কৈছিল, আরু তোমার পূর্ব্ব-পুরুষ অব্রাহাম, ইচ্‌হাক, আরু যাকোবর আগত যি রূপে শপথ করিছিল, ১১ সেই রূপে তেওঁ যেন আজি তোমাক আপোন প্রজা বুলি স্থাপন করে, আরু তোমার ঈশ্বর হয়, ১২ এই নিমিত্তে যি নিয়ম তোমার ঈশ্বর যিহোবাই আজি তোমার লগত স্থির করিব, আরু যি শপথ করিব, সেই দরে আপোনাকে বান্ধিবলৈ, তোমালোক সকলোরে, অর্থাৎ তোমালোকর মূল মানুহ, তোমালোকর ফৈদবিলাক, তোমালোকর বৃদ্ধবিলাক, তোমালোকর বিষয়াবিলাক আদি করি ইস্রায়েলর আটাই পুরুষ, ১৩ তোমালোকর লরা-ছোবালী, তোমালোকর তিরুতাবোর, আরু তোমালোকর ছাউনির মাজত থকা তোমালোকর খরি-কটীয়ারে পরা পানী-যোগনিয়ারলৈকে বিদেশী লোক আজি আপোন ঈশ্বর যিহোবার আগত থিয় হৈ আছা। ১৪ আরু ময় এই নিয়মটী যে কেবল তোমালোকরেই লগত স্থির করিছোঁ, আরু এই শপথ করিছোঁ, সেয়ে নহয়; ১৫ কিন্তু, আমারে সৈতে আজি এই ঠাইত আমার ঈশ্বর যিহোবার আগত যি লোক থিয় হৈছে, আরু যি লোক আজি আমার আগত বর্ত্তমান নাই, উভয়র লগতো এই নিয়ম স্থির করিছোঁ, আরু এই শপথ করিছোঁ; ১৬ (কিয়নো, আমি মিচর দেশত কি রূপে বাস করিছিলোঁ, আরু যি নানা জাতিবিলাকর মাজেদি তোমালোক আহিলা, সিহঁতর মাজেদি কি রূপে আমি আহিলোঁ, ১৭ তাক তোমালোকেই জানি আছা; আরু সিহঁতর মাজত থকা ঘিণলগীয়া বস্তু, কাঠর, শিলর, রূপর, আরু সোণর প্রতিমাবোর দেখিলা;) ১৮ স্থির নকরিলে, এই জাতিবিলাকর দেৱতাবোরর পাছত চলোঁতা হৈ সেইবোরক সেৱাপূজা করিবলৈ আমার ঈশ্বর যিহোবার পরা আজি বিমুখ মন হোরা কোনো পুরুষ, বা তিরুতা, বা গোষ্ঠী, বা ফৈদ, তোমালোকর মাজত হব; আরু স্থির নকরিলে, বিহ গছ বা নাগদানা গজা মূল তোমালোকর মাজত ওলাব, ১৯ আরু সি শাওর কথা শুনা কালত, তিতারে সৈতে শুকানক নষ্ট করিবলৈ, মনতে আপোনাকে ধন্য বুলি কব, যে, ময় মোর আপোন মনর কঠিনতা অনুসারে চলিলেও মোর মঙ্গল হব; ২০ যিহোবাই তাক ক্ষমা করিবলৈ সম্মত নহব, কিন্তু সেই সময়ত যিহোবার ক্রোধ আরু অন্তর্জ্বালা সেই মানুহর অহিতে জ্বলিব, আরু এই পুস্তকত লিখা সকলো শাও তার ওপরত পড়ি থাকিব, আরু যিহোবাই আকাশ-মণ্ডলর তলর পরা তার নাম লুপ্ত করিব। ২১ আরু এই ব্যরস্থা-পুস্তকত লিখা নিয়মটীর সকলো শাও অনুসারে যিহোবাই তাক ইস্রায়েলর আটাই ফৈদর পরা অমঙ্গলর অর্থে পৃথক করিব। ২২ তাতে, এই দেশলৈ ঘটা নানা আপদ, আরু যিহোবাই তাক দিয়া নানা রোগ দেখিয়া তোমা-

লোকর ভাবিবংশ তোমালোকর পাছত জন্মিব লগা সন্তানবিলাকে, আরু দূর দেশর পরা অহা পরজাতিয়ে দেখিব, [২৩] আরু যিহোৱাই আপোন ক্রোধ আরু কোপত যি চদোম, ঘমোরা, অদ্মা, আরু চবোয়ীম নগর উৎপাত করিছিল, তার নিচিনাকৈ এই দেশর সকলো মাটি যে গন্ধক, লোণ, আরু অগ্নিরে পূর, ইয়াত একোকে বোৱা নেযায়, আরু ইয়াত কোনো গুটিও উৎপন্ন নহয়, আরু ইয়াত কোনো ঘাঁহ নগজে, এইবোর যেতিয়া সিবিলাকে দেখিব, তেতিয়া সিবিলাকে কব, [২৪] এনে কি, আটাই জাতিয়ে কব, যিহো-ৱাই এই দেশলৈ কিয় এনে করিলে? এই মহাক্রোধ জ্বলার কারণ কি? [২৫] তাতে মানুহে কব, কারণ এই, সিহঁতর পূর্ব্ব-পুরুষবিলাকর ঈশ্বর যিহোৱাই মিচর দেশর পরা সিহঁতর সেই পূর্ব্ব-পুরুষবিলাকক উলিয়াই অনা কালত সিহঁতর লগত তেওঁ যি নিয়ম পাতিছিল, সেই নিয়মটী সিহঁতে ত্যাগ করিলে, [২৬] আরু সিহঁতে গৈ সিহঁতে নজনা, আরু তেওঁ সিহঁতক ভাগ বাঁটি নিদিয়া আন দেৱতাবোরক সেৱাপূজা করিলে, আরু সেইবোরর আগত প্রণিপাত করিলে; [২৭] এই হেতুকে, এই পুস্তকত লিখা সকলো শাও এই দেশত ফলিয়াবলৈ সিহঁতলৈ যিহোৱার ক্রোধ প্রজ্বলিত হল; [২৮] যিহোৱাই রাগত, ক্রোধত, আরু মহা-কোপত সিহঁতর দেশর পরা উঘালি আজির দরে আন দেশত সিহঁতক পেলাই দিলে। [২৯] নিগূঢ় বিষয়বোর আমার ঈশ্বর যিহোৱার অধিকার; কিন্তু আমি যেন এই ব্যবস্থার আটাই বাক্য অনুসারে কার্য্য করোঁ, এই নিমিত্তে প্রকাশিত বিষয়বোর আমার আরু আমার সন্তানবিলাকর যুগে যুগে অধিকার আছে।

**৩০** এই সকলো বাক্য, ময় তোমার আগত রখা আশীর্ব্বাদ আরু শাও যেতিয়া তোমাত ফলিয়াব, তেতিয়া, তোমার ঈশ্বর যিহোৱাই যি জাতিবিলাকর মাজলৈ তোমাক খেদিব, সেই আটাই জাতিবিলাকর মাজত যদি এইবোর কথা তোমার মনত পড়ে, [২] আরু তুমি ও তোমার সন্তানবিলাকে যদি সকলো মনেরে আরু সকলো প্রাণেরে আপোন ঈশ্বর যিহোৱালৈ ঘূরি, আজি ময় তোমাক যিবোর আজ্ঞা দিওঁ, সেইবোরর দরে তেওঁর বাক্যলৈ কাণ দিয়া, [৩] তেন্তে তোমার ঈশ্বর যিহোৱাই তোমার বন্দী-অৱস্থা সলনি করিব, আরু তোমালৈ কৃপাদৃষ্টি করি, যিবিলাক জাতির মাজত তেওঁ তোমাক ছিন্নভিন্ন করিব, সেই আটাই জাতির পরা পুনরায় তোমাক আনি গোটাব। [৪] খেদি পঠোৱা তোমার কোনো লোক আকাশ-মণ্ডলর অন্তভাগত থাকিলেও, তোমার ঈশ্বর যিহোৱাই তার পরাই তোমাক আনি গোটাব, তার পরাই তেওঁ তোমাক লৈ আহিব; [৫] আরু তোমার পূর্ব্ব-পুরুষবিলাকে অধিকার করা দেশলৈ তোমার ঈশ্বর যিহোৱাই তোমাক আনিব, আরু তুমি তাক অধিকার করিবা; আরু তেওঁ তোমার মঙ্গল করি তোমার পূর্ব্ব-পুরুষবিলাকতকৈয়ো তোমাক অধিকরূপে বঢ়াব। [৬] আরু তুমি সকলো মনেরে ও সকলো প্রাণেরে আপোন ঈশ্বর যিহোৱাক প্রেম করি জীয়াই থাকিবর নিমিত্তে, তোমার ঈশ্বর যিহো-ৱাই তোমার মন আরু তোমার বংশরো মন চুন্নৎ করিব। [৭] আরু তোমার ঈশ্বর যিহোৱাই তোমার শত্রুবোরর আরু তোমাক তাড়না করা বৈরীবোরর ওপরত এইবোর শাও ফলিওৱাব। [৮] আরু তুমি উলটি যিহোৱার বাক্যলৈ কাণ দি, ময় আজি তোমাক তেওঁর যি যি আজ্ঞা দিছোঁ, সেইবোরর দরে কার্য্য করিবা। [৯] যদি তুমি আপোন ঈশ্বর যিহোৱার বাক্যলৈ কাণ দি এই ব্যবস্থাপুস্তকত লিখা তেওঁর আজ্ঞা আরু বিধি-বোর পালন করা, আরু সকলো মনেরে ও সকলো প্রাণেরে আপোন ঈশ্বর যিহোৱালৈ ঘূরা, [১০] তেন্তে তোমার ঈশ্বর যিহোৱাই মঙ্গলর অর্থে, তোমার হাতে করা আটাই কার্য্য সাফল করি তোমার গর্ভফলেরে, পশুর গর্ভফলেরে, আরু ভূমির ফলেরে তোমাক ঐশ্বর্য্যৱন্ত করিব; কিয়নো, যিহোৱাই তোমার পূর্ব্ব-পুরুষবিলাকত যি রূপে আনন্দ করিছিল, মঙ্গলর অর্থে পুন-রায় তোমাতো সেই রূপে আনন্দ করিব।

[১১] কিয়নো ময় আজি তোমাক যি ব্যবস্থা দিছোঁ, সেয়ে তোমার জ্ঞানে ঢুকি পাব নোৱরা নহয়, আরু সেয়ে তোমার পরা দূরো নহয়। [১২] সেয়ে আকাশত নহয়, যে, আমি তাক পালন করিবর নিমিত্তে, কোনে আমার কারণে আকাশলৈ উঠি তাক আনি আমাক শুনাব? এই বুলি কব লাগিব; [১৩] আরু সেয়ে সমুদ্রর

সিপারেও নহয়, যে আমি তাক পালন করিবর নিমিত্তে, কোনে আমার কারণে সমুদ্র পার হৈ তাক আনি আমাক শুনাব? এই বুলি কব লাগিব। [১৪] কিন্তু পালন করিবর নিমিত্তে সেই বাক্য তোমার নিচেই ওচরত, তোমার মুখত, আরু তোমার হৃদয়তে আছে।

[১৫] দেখা, ময় আজি তোমার আগত জীৱন আরু মঙ্গল, মৃত্যু আরু অমঙ্গল রাখিছোঁ। [১৬] তোমার ঈশ্বর যিহোৱাক প্রেম করিববলৈ, তেওঁর পথত চলিববলৈ, আরু তেওঁর আজ্ঞা, বিধি ও শাসন-প্রণালীবোর পালন করিববলৈ ময় আজি তোমাক আজ্ঞা দিছোঁ; তাকে করিলে, তুমি জীয়াই থাকিবা আরু বৃদ্ধি পাবা, আরু যি দেশ অধিকার করিববলৈ গৈছা, সেই দেশত তোমার ঈশ্বর যিহোৱাই তোমাক আশীর্ব্বাদ করিব; [১৭] কিন্তু যদি তোমার মন একলীয়া হয়, আরু তুমি কথালৈ কাণ নিদি আকর্ষিত হৈ ইতর দেৱতাবোরর আগত প্রণিপাত করা, আরু সেইবোরক সেৱাপূজা করা, [১৮] তেন্তে আজি ময় তোমালোকক জনাইছোঁ, যে, তোমালোক নিশ্চয়ে বিনষ্ট হবা, আরু তুমি আধিপত্যর অর্থে যি দেশত সোমাববলৈ যর্দ্দন পার হৈ যাবা, সেই দেশত তোমালোক দীর্ঘজীবী নহবা। [১৯] ময় আজি তোমালোকর বিরুদ্ধে আকাশ-মণ্ডল আরু পৃথিবীক সাক্ষী করি কৈছোঁ, যে, ময় তোমার আগত জীৱন আরু মরণ, আশীর্ব্বাদ আরু শাও রাখিছোঁ; [২০] এই হেতুকে, যিহোৱাই তোমার পূর্ব্ব-পুরুষ অব্রাহাম, ইচ্‌হাক, আরু যাকোবক যি দেশ দিম বুলি সিবিলাকর আগত শপথ করিছিল, সেই দেশত তুমি বাস করিবর অর্থে, তুমি যেন তোমার ঈশ্বর যিহোৱাক প্রেম করা, তেওঁর বাক্যলৈ কাণ দিয়া, আরু তেওঁত আসক্ত হোৱা, (কিয়নো সেয়ে তোমার জীৱন আরু তোমার দীঘল আয়ুষ;) এই নিমিত্তে, তুমি গোটেই বংশই সৈতে জীয়াই থাকিববলৈ জীৱনক মনোনীত করা।

মোচিয়ে আশ্বাস দিয়া, ব্যৱস্থা সোধাই দিয়া, আরু যিহোচূৱাক আদেশ করা।

**৩১** পাছে মোচিয়ে গৈ, গোটেই ইস্রায়েলক এই কথা কলে, বোলে, [২] এতিয়া মোর এশ বিশ বছর বয়স, ময় আরু বাহির-ভিতর করি ফুরিব নোৱারোঁ; আরু যিহোৱাই মোক কলে, তুমি সেই যর্দ্দন পার নহবা। [৩] তোমার ঈশ্বর যিহোৱা নিজেই তোমার আগত পার হৈ যাব; তেৱেঁই তোমার আগর পরা এই জাতি-বিলাকক বিনষ্ট করিব, তাতে তুমি ইহঁতর আধিপত্য লবা; যিহোৱার আজ্ঞা অনুসারে যিহোচূৱা তোমার আগত পার হৈ যাব। [৪] আরু যিহোৱাই বিনষ্ট করা ইমোরীয়াইঁতর চীহোন আরু ওগ এই দুজন রজালৈ, আরু সিবিলাকর দেশলৈ তেওঁ যেনে করিছিল, সিহঁতলৈকো তেনে করিব। [৫] আরু যিহোৱাই সিহঁতক তোমালোকর হাতত সোধাই দিব; আরু তোমালোকক ময় দিয়া আটাই আজ্ঞা অনুসারে সিহঁতলৈ ব্যৱহার করিবা। [৬] তোমালোকে বলৱান হোৱা, অতিশয় সাহীয়াল হোৱা, ভয় নকরিবা, আরু সিহঁতক দেখি নকঁপিবা; কিয়নো তোমার ঈশ্বর যিহোৱা নিজেই তোমার লগত যাওঁতা, তেওঁ তোমাক নেরিব, তোমাক ত্যাগ নকরিব। [৭] পাছে মোচিয়ে যিহোচূৱাক মাতি, গোটেই ইস্রায়েলর সাক্ষাতে তেওঁক কলে, তুমি বলৱান হোৱা, আরু অতিশয় সাহীয়াল হোৱা; কিয়নো যিহোৱাই ইবিলাকক যি দেশ দিম বুলি ইবিলাকর পূর্ব্ব-পুরুষবিলাকর আগত শপথ করিছিল, সেই দেশত এই লোকবিলাকে সৈতে তুমিহে সোমাবা, আরু ইবিলাকক সেই দেশ তুমিহে অধিকার করাবা। [৮] আরু যিহোৱা নিজেই তোমার আগত যাওঁতা; তেৱেঁই তোমার সহায় হব; তেওঁ তোমাক নেরিব, তোমাক ত্যাগ নকরিব; তুমি ভয় নকরিবা আরু ব্যাকুল নহবা।

[৯] পাছে মোচিয়ে এই ব্যৱস্থা লিখি, যিহোৱার নিয়ম-চন্দুক বৈ নিওঁতা লেবীর সন্তান পুরোহিতবিলাকক আরু ইস্রায়েলর সকলো বৃদ্ধ লোকক সোধাই দিলে। [১০] আরু মোচিয়ে সিবিলাকক এই আজ্ঞা করিলে, [১১] তোমার ঈশ্বর যিহোৱাই যি ঠাই মনোনীত করিব, সেই ঠাইত গোটেই ইস্রায়েলে তেওঁক সাক্ষাৎ করিববলৈ উপস্থিত হোৱা সময়ত, প্রত্যেক সাত বছরর মূরত, ধার ক্ষমা করা বছরর নিরূপিত কালত, পজা-পর্ব্বত, গোটেই ইস্রায়েলে শুনাকৈ তুমি

সিবিলাকর আগত তাক পাঠ করিবা। [12] পুরুষ, স্ত্রী, আরু লরা-ছোৱালী আদি করি লোক-বিলাকে, আরু আপোনার নগরর দুৱারর ভিতরত থকা বিদেশীয়ে শুনি শিক্ষা পাই আরু তোমালোকর ঈশ্বর যিহোৱাকৈ ভয় করি, এই ব্যৱস্থার সকলো বাক্য পালন করি তার দরে কার্য্য করিবর নিমিত্তে, [13] আরু এইবোর নজনা সিবিলাকর সন্তানবিলাকে শুনি, যি দেশ অধিকার করিবলৈ তোমালোকে যর্দ্দন পার হৈ যাবা, সেই দেশত তোমালোক জীয়াই থাকা-মানে সিবিলাকে তোমালোকর ঈশ্বর যিহোৱাক ভয় করিবলৈ শিকিবর নিমিত্তে, তুমি সেই সকলোবিলাকক গোট খুৱাবা।

[14] পাছে যিহোৱাই মোচিক কলে, দেখা, তোমার মরণর দিন ওচর; তুমি যিহোচূৱাক মাতা, আরু তোমালোক দুয়ো সাক্ষাৎ করা তাম্বুত উপস্থিত হোৱা, ময় তেওঁক আজ্ঞা দিম; তেতিয়া মোচি আরু যিহোচূৱা গৈ সাক্ষাৎ করা তাম্বুত উপস্থিত হল। [15] আরু যিহোৱাই সেই তাম্বুত মেঘ-স্তম্ভর মাজত থাকি দেখা দিলে; সেই মেঘ-স্তম্ভ তাম্বুর দুৱারর ওপরত রৈ আছিল। [16] তেতিয়া যিহোৱাই মোচিক কলে, দেখা, তুমি আপোন ওপর-পিতৃবিলাকর লগত শয়ন করার পাছে, যি দেশর লোক-বিলাকর মাজত এই লোকবিলাক সোমাবলৈ গৈছে, সিবিলাকে উঠি সেই দেশর পরজাতীয় দেৱতাবোরর পাছত চলি ব্যভিচার করিব, আরু মোক এরি ময় সিবিলাকে সৈতে করা মোর নিয়মটী ভাঙ্গিব। [17] তেতিয়া সেই দিনা সিবিলাকর বিরুদ্ধে মোর ক্রোধ প্রজ্জলিত হব, আরু ময় সিবিলাকক এরিম, আরু সিবিলাকলৈ আপোন মুখ ঢাকিম; তাতে সিবিলাকক গ্রাস করা হব, আরু অনেক বিধ অমঙ্গল ও আপদ সিবিলাকলৈ ঘটিব; আরু সেই কালত সিবি-লাকে কব, যে, আমার ঈশ্বর আমার মাজত নোহোৱার কারণেই আমালৈ এইবোর অমঙ্গল নঘটিল নে? [18] আরু সিবিলাকে ইতর দেৱতাবোরলৈ ঘুরি যি যি কুকর্ম্ম করিব, তার নিমিত্তে সেই দিনা ময় অৱশ্যে আপোন মুখ ঢাকিম। [19] এই হেতুকে এতিয়া তোমালোকে আপোনাবিলাকর নিমিত্তে এই গীত লিখি রাখা, আরু তুমি ইস্রায়েলর সন্তানবিলাকক তাক শিকোৱা, আরু এই গীত ইস্রায়েলর সন্তান-বিলাকর অহিতে মোর সাক্ষী হবলৈ সিবিলাকক তাক মুখস্থ করোৱা। [20] কিয়নো, যি দেশ দিম বুলি ময় সিবিলাকর পূর্ব্ব-পুরুষবিলাকর আগত শপথ করিছিলোঁ, সেই দুগ্ধ মধু বোৱা দেশর মাজলৈ যেতিয়া সিবিলাকক লৈ যাম, আরু যেতিয়া সিবিলাকে ভোজন করি তৃপ্ত হৈ হৃষ্ট-পুষ্ট হব, তেতিয়া, সিবিলাকে ইতর দেৱতা-বোরলৈ ঘুরি, সেইবোরক সেৱাপূজা করি মোক হেয়জ্ঞান করিব, আরু মোর নিয়মটী ভাঙ্গিব। [21] তাতে, যেতিয়া সিবিলাকলৈ অনেক বিধ অমঙ্গল আরু আপদ ঘটিব, তেতিয়া এই গীতে সাক্ষীস্বরূপ হৈ সিবিলাকর আগত সাক্ষ্য দিব; কিয়নো সিবিলাকর সন্তানে মুখস্থ করা এই গীত নেপাহরিব। কারণ, যি দেশ দিম বুলি ময় শপথ করিছিলোঁ, সেই দেশলৈ সিবিলাকক নৌ আনোতেই এতিয়াই, সিবিলাকে করা কল্পনা জানিছোঁ। [22] পাছে মোচিয়ে সেই দিনাই সেই গীত লিখি, ইস্রায়েলর সন্তানবিলাকক শিকালে। [23] তার পাছত তেওঁ নূনর পুত্র যিহোচূৱাক আজ্ঞা দি কলে, তুমি বলৱান হোৱা, আরু অতিশয় সাহীয়াল হোৱা; কিয়নো, ময় ইস্রায়েলর সন্তানবিলাকক যি দেশ দিম বুলি শপথ করিছিলোঁ, সেই দেশর মাজলৈ তুমিহে সিবিলা-কক লৈ যাবা, আরু ময় তোমার সঙ্গী হম।

[24] পাছে মোচিয়ে সম্পূর্ণকৈ এই ব্যৱস্থার সকলো কথা পুস্তকত লিখি এঁটাই, [25] যিহোৱার নিয়ম-চন্দুক বৈ নিওঁতা লেবীয়াবিলাকক এই আজ্ঞা দি কলে, [26] তোমালোকে এই ব্যৱস্থা-পুস্তকখনি লৈ আপোন ঈশ্বর যিহোৱার নিয়ম-চন্দুকর কোমত থবা; তাতে সেয়ে তোমার অহিতে সাক্ষ্যস্বরূপে সেই ঠাইত থাকিব। [27] কিয়নো তুমি বিদ্রোহী আরু ঠরডিঙীয়া বুলি ময় জানো; দেখা, ময় তোমালোকর লগত জীয়াই থাকোঁতেই এতিয়া তোমালোকে যিহো-ৱালৈ বিদ্রোহ-আচরণ করিছা; তেন্তে মোর মৃত্যুর পাছে ইয়াতকৈ আরু কিমান অধিক করিবা! [28] তোমালোকে আপোন আপোন ফৈদর সকলো বৃদ্ধ লোকক আরু বিষয়া-বিলাককো মোর গুরিত গোট খুউৱা; ময়

সিবিলাকর বিরুদ্ধে আকাশ আৰু পৃথিবীক সাক্ষী করি সিবিলাকর কাণত এই সকলো কথা কম। [২৯] কিয়নো মই জানো, মোর মৃত্যুর পাছে তোমালোকে সকলোভাবে ভ্রষ্ট হই মই তোমালোকক আজ্ঞা করা পথ ত্যাগ করিবা ; আৰু শেষ কালত তোমালোকলৈ আপদ ঘটিব ; কারণ তোমালোকে হাতে করা কার্য্যর দ্বারায় যিহোবাক বেজার দিবলৈ, তেওঁর দৃষ্টিত কুকর্ম্ম করিবা।

মোচির গীত, আৰু তেওঁর মরণ প্রকাশ করা।

[৩০] পাছে মোচিয়ে শেষ নোহোবালৈকে, ইস্রায়েলর গোটেই সমাজে শুনাকৈ এই গীতর বাক্য কলে।

৩২ হে আকাশ-মণ্ডল, কাণ পাতা, মই কওঁ ;
আৰু পৃথিবীয়েও মোর মুখর বাক্য শুনোক।
[২] মোর উপদেশ বরষুণর দরে টোপাটোপে বরষিব,
আৰু মোর বাক্য নিয়রর নিচিনাকৈ পড়িব ;
সেয়ে তৃণর ওপরত লাহে লাহে পরা বরষুণর নিচিনা,
আৰু শাকনিত পড়া জাক জাক বৃষ্টির নিচিনা হব।
[৩] কিয়নো মই যিহোবার নাম প্রচার করিম ;
তোমালোকে আমার ঈশ্বরর মহিমা স্বীকার করা।
[৪] তেওঁ শিলা, তেওঁর কর্ম্ম সম্পূর্ণরূপে শুদ্ধ,
কিয়নো তেওঁর সকলো পথ ন্যায় ;
তেওঁ বিশ্বস্ত ঈশ্বর, তেওঁত কোনো অন্যায় নাই ;
তেওঁ ধার্ম্মিক আৰু সরল।
[৫] ইবিলাক তেওঁর বিরুদ্ধে ভ্রষ্টাচারী লোক ;
ইবিলাক তেওঁর সন্তান নহয়, এয়েই সিবিলাকর কলঙ্ক ;
ইবিলাক বিপথগামী আৰু কুটীল বংশ।
[৬] হে মূর্খ আৰু অজ্ঞান জাতি,
তোমালোকে যিহোবালৈকেই এই রূপ ব্যবহার করিছা নে?
তেওঁ তোমাক কিনি লোৱা পিতৃ নহয় নে?
তেবেঁই তোমাক স্রজন আৰু স্থাপন করিলে।
[৭] পূর্ব্বকালর দিনবোর সোঁবরা,
হে যোবা অনেক পুরুষর বছরবোর আলোচনা করা ;
তোমার পিতৃক সোধা, তেওঁ তোমাক জনাব ;
তোমার বৃদ্ধ লোকবিলাকক সোধা, সিবিলাকে তোমাক কব।
[৮] সর্ব্বোপরি জনাই জাতিবিলাকক আধিপত্য দিয়া কালত,
মনুষ্য-সন্তানবিলাকক পৃথক করা কালত,
ইস্রায়েলর সন্তানবিলাকর সংখ্যা অনুসারে,
তেওঁ জাতিবিলাকর সীমা থির করিলে।
[৯] কিয়নো যিহোবার ভাগ তেওঁর প্রজাই,
যাকোবেই তেওঁ অধিকার করা অংশ।
[১০] তেওঁ অরণ্য-দেশত তাক পালে,
জন্তুবে চিঁয়রি থকা ভয়ানক মরুভূমিত তাক পালে।
তেওঁ তাক আবরি ধরি তার তত্ত্বাবধারণ করিলে,
আৰু আপোন চকুর মণির দরে তাক রাখিলে।
[১১] যি কুরর পক্ষীয়ে আপোনার পোৱালিয়ে উড়িবলৈ বাহ লরায়,
সিহঁতর ওপরত ঘূরে,
সেই কুরর পক্ষীর নিচিনাকৈ তেওঁ আপোনার ডেউকা মেলি তাক তুলি,
আপোন ডেউকার ওপরত তাক বৈ নিলে।
[১২] যিহোবাই অকলে তাক লৈ গল ;
তেওঁর লগত আন কোনো পরজাতীয় দেবতা নাছিল।
[১৩] তেওঁ তাক রথত তুলি পৃথিবীর ওখ ঠাইবোরর ওপরত ফুরালে,
আৰু সি ক্ষেতিত উৎপন্ন হোবা শস্য ভোজন করিলে ;
তেওঁ তাক শিলর পরা মৌ চোপালে,
আৰু চকমকি পাথরর পরা তেল চোপালে ;
[১৪] তেওঁ গরুর দৈ আৰু মের ও ছাগলীর গাখীর,
মের পোৱালির তেল, আৰু বাচান দেশীয় মটা মের ও মটা ছাগ,
আৰু উত্তম ঘেঁহু ধানর আটা তাক দিলে ;
আৰু তুমি দ্রাক্ষাগুটির তেজ বরণীয়া রস পান করিলা।

[15] কিন্তু যিচুরূণে হৃষ্টপুষ্ট হৈ লাঠি মারিলে;
তোমার তেল ধরিছে, তুমি থুলন্তর হৈছা, চিকন হৈছা;
তেতিয়া সি আপোন সৃষ্টিকৰ্ত্তা ঈশ্বরক ত্যাগ করিলে,
আরু আপোনার ত্রাণর শিলাক হেয়জ্ঞান করিলে।
[16] সিবিলাকে পরজাতীয় দেৱতাবোরর দ্বারায় তেওঁর অন্তজ্বালা জন্মালে;
সিবিলাকে ঘিণলগীয়া বস্তুবোরর দ্বারায় তেওঁক বেজার দিলে।
[17] যি ভূতবোর ঈশ্বর নহয়, সেই ভূতবোরলৈ,
যি দেৱতাবোরক সিবিলাকে নেজানিলে, এনে দেৱতাবোরলৈ,
যিবোরক তোমালোকর পূৰ্ব্ব-পুরুষবিলাকে ভয় নকরিলে,
অলপতে হোৱা এনে নতুন দেৱতাবোরলৈ সিবিলাকে বলিদান করিলে।
[18] তুমি আপোন জন্মদাতা শিলালৈ মন নকরিলা,
তোমাক উৎপন্ন করা ঈশ্বরক পাহরিলা;
[19] তাকে দেখি যিহোৱাই সিবিলাকক ঘিণ-লগীয়া যেন মানিলে;
কিয়নো তেওঁর পো-জীবিলাকে তেওঁক বেজার দিলে।
[20] আরু তেওঁ কলে, ময় সিবিলাকর পরা আপোন মুখ ঢাকিম
সিবিলাকর শেষ-দশা কি হব, তাক চাম;
কিয়নো সিবিলাক একেবারে বিপরীত আচরণ করোঁতা বংশ,
সিবিলাক অবিশ্বাসী সন্তান।
[21] যিটো ঈশ্বর নহয়, সিবিলাকে তার দ্বারায় মোর অন্তৰ্জ্বালা জন্মালে,
সিবিলাকে আপোন আপোন অসার বস্তুর দ্বারায় মোক বেজার দিলে;
এই হেতুকে, রাজ্যর লোক নোহোৱা জাতির দ্বারায় ময়ো সিবিলাকর অন্তৰ্জ্বালা জন্মাম,
ময় মূর্খ জাতির দ্বারায়েই সিবিলাকক বেজার দিম।
[22] কিয়নো মোর ক্রোধত অগ্নি প্রজ্বলিত হৈ,
আটাইরে তলত থকা চিয়োললৈকে পুরিছে,
পৃথিবী আরু তার উৎপন্ন বস্তু গ্রাস করিছে,
আরু পৰ্ব্বতর মূল জ্বলাইছে।
[23] ময় সিবিলাকক অমঙ্গলর উপরিও অমঙ্গল দিম;
ময় মোর বাণ এটাও নথকাকৈ সিবিলাকলৈ মারিম।
[24] সিবিলাক ভোকত ক্ষীণাব, আরু বজ্র-পাতত গ্রাসিত হব,
দারুণ সংহারত গ্রাসিত হব;
পাছে ধূলিত বগাই ফুরা জন্তুর বিষে সৈতে,
ময় সিবিলাকলৈ হিংসক পশুবোরর দাঁত পঠাম।
[25] বাহিরত তরোৱালে,
ভিতর-খোঁটালিত ত্রাসে সন্তান নাইকিয়া করিব;
যুবা আরু যুবতীক,
পিয়াহ খোৱা কেঁচুৱা আরু পকামুরীয়াক বিনষ্ট করিব।
[26] ময় কলোঁ, সিবিলাকর শত্রুবোরে অন্য অর্থ করি কব,
আমার হাত প্রবল,
এইবোর কৰ্ম্ম যিহোৱাই করা নাই,
বৈরীবোরে এনে কথা কৈ মোক বিরক্ত করিব বুলি ময় ভয় নকরা হলে,
[27] সিবিলাকক নিশ্চয়ে উড়াই দিলোঁহেঁতেন,
আরু মনুষ্যবিলাকর মাজর পরা সিবিলাকর নাম লুপ্ত করিলোঁহেঁতেন।
[28] কিয়নো সিবিলাক আলোচনা নকরা জাতি,
সিবিলাকর বিবেচনা নাই।
[29] অহ, সিবিলাক জ্ঞানী হোৱা হলে, এই কথা বুজা হলে,
সিবিলাকে আপোনাবিলাকর শেষগতি বিবেচনা করা হলে, কেনে সন্তোষর কথা হলহেঁতেন!
[30] সিবিলাকর শিলাই সিবিলাকক নেবেচা হলে,
যিহোৱাই সিবিলাকক ত্যাগ নকরা হলে,
কেনেকৈ এজনে হাজার জনক খেদিব পারিলেহেঁতেন?

কেনেকৈ দুজনে দহ হাজার লোকক পলোৱাব পাৰিলেহেঁতেন ?
[৩১] কিয়নো সিহঁতৰ শিলা আমাৰ শিলাৰ নিচিনা নহয় ;
আমাৰ শত্রুবোৰেও বিচাৰ কৰি এই ৰূপে স্বীকাৰ কৰে।
[৩২] কিয়নো সিহঁতৰ দ্রাক্ষালতা চদোমৰ গঁচৰ,
ঘমোৰাৰ ক্ষেত্ৰিত উৎপন্ন হোৱা ;
সিহঁতৰ দ্রাক্ষাগুটি বিষময় দ্রাক্ষাগুটি,
সিহঁতৰ দ্রাক্ষাগুটি-থোপা তিতা ;
[৩৩] সিহঁতৰ দ্রাক্ষাৰস সাপৰ বিষৰ নিচিনা,
আৰু কেঁটি সাপৰ দাৰুণ হলাহলৰ তুল্য।
[৩৪] ইয়াক জানো মোৰ ওচৰত সাঁচি থোৱা নাই ?
ইয়াক জানো মোৰ ধনৰ ভঁৰালত মোহৰ মাৰি থোৱা নাই ?
[৩৫] সিহঁতৰ ভৰি পিচল খোৱা সময়ত,
প্রতিকাৰ সধা আৰু প্রতিফল দিয়া মোৰহে কাৰ্য্য ;
কিয়নো সিহঁতৰ আপদৰ কাল ওচৰ চাপিছে,
আৰু সিহঁতলৈ যি ঘটিব লগীয়া, সেয়ে শীঘ্রে ঘটিব।
[৩৬] কাৰণ যিহোৱাই আপোন প্রজাবিলাকৰ বিচাৰ কৰিব,
আৰু সিবিলাকৰ শক্তি গল,
বদ্ধ কি মুকলি কোনো নেথাকিল,
ইয়াকে যেতিয়া তেওঁ দেখিব, তেতিয়া তেওঁ আপোন দাসবিলাকক দয়া কৰিব।
[৩৭] আৰু এই কথা কব, সিবিলাকৰ দেৱতাবোৰ, সিবিলাকে আশ্রয় লোৱা শিলটো ক'ত ?
[৩৮] যিবোৰে সিবিলাকৰ বলিবোৰৰ তেল ভোজন কৰিছিল,
আৰু সিবিলাকৰ পেয় নৈবেদ্য দ্রাক্ষাৰস পান কৰিছিল, সেইবোৰ ক'ত ?
সেইবোৰেই উঠি তোমালোকক সহায় কৰোক,
সেইবোৰেই তোমালোকৰ আশ্রয়ো হওক।
[৩৯] এতিয়া দেখা, ময় ময়েই তেওঁ ;
মোৰ লগত আন কোনো দেৱতা নাই ;
ময়েই মাৰোঁ, আৰু ময়েই জীয়াওঁ ;
ময়েই ঘা লগাওঁ, আৰু ময়েই সুস্থও কৰোঁ ;
মোৰ হাতৰ পৰা উদ্ধাৰ কৰোঁতা কোনো নাই।
[৪০] কিয়নো ময় আকাশলৈ হাত দাঙি কৈছোঁ,
মোৰ চিৰস্থায়ী জীৱনৰ শপথ,
[৪১] ময় যদি আপোনাৰ জিলিকি থকা তৰোৱাল ধাৰ দিওঁ,
আৰু বিচাৰ নিষ্পত্তি কৰিবলৈ হাত দিওঁ,
তেন্তে ময় আপোন শত্রুবোৰৰ প্রতিকাৰ সাধিম,
আৰু মোক ঘিণ কৰাবোৰক প্রতিফল দিম।
[৪২] ময় আপোন বাণবোৰক তেজ পান কৰাই মতলীয়া কৰিম,
আৰু মোৰ তৰোৱালে মঙহ খাব ;
হত লোক আৰু বন্দী কৰি নিয়া লোকবিলাকৰ তেজেৰে তাক মতলীয়া কৰিম,
আৰু শত্রুৰ দীঘল চুলীয়া মূৰ খাব।
[৪৩] হে জাতিবিলাক, তোমালোকে তেওঁৰ প্রজাবিলাকৰ লগত আনন্দ কৰা ;
কিয়নো তেওঁ আপোন দাসবিলাকৰ ৰক্তপাতৰ প্রতিকাৰ সাধিব,
আপোন শত্রুবোৰক প্রতিফল দিব,
আৰু আপোনাৰ দেশক ও প্রজাবিলাকক প্রায়শ্চিত্ত কৰিব।

[৪৪] এই ৰূপে মোচি আৰু নূনৰ পুত্র হোচেয়াই আহি লোকবিলাকে শুনাকৈ এই গীতৰ সকলো কথা কলে। [৪৫] মোচিয়ে গোটেই ইস্রায়েলৰ আগত কথা কৈ এঁটাই, [৪৬] সিবিলাকক কলে, ময় আজি তোমালোকক সাক্ষ্যস্বৰূপে যিবোৰ কথা কলোঁ, তোমালোকে তাত মন দিয়া ; তোমালোকৰ সন্তানবিলাকে যেন এই ব্যৱস্থাৰ আটাই কথা পালন কৰি সেই মতে কাৰ্য্য কৰে, এই নিমিত্তে সিবিলাকক তাক আজ্ঞা কৰা। [৪৭] কিয়নো এয়ে তোমালোকৰ পক্ষে অনৰ্থক কথা নহয় ; কাৰণ ইয়াতেই তোমালোকৰ জীৱন আছে, আৰু তোমালোকে যি যি দেশ অধিকাৰ কৰিবলৈ যৰ্দ্দন পাৰ হৈ যাবা, সেই দেশত ইয়াৰ দ্বাৰায় তোমালোকৰ আয়ুস দীঘল কৰিবা।

[৪৮] সেই দিনাই যিহোৱাই মোচিক কলে, [৪৯] তুমি যিৰীহোৰ সন্মুখত মোৱাব দেশত থকা

সেই অবারীম পৰ্ব্বতশ্রেণীর নবো পর্ব্বতত উঠা, আৰু অধিকার করিবর অর্থে ময় ইস্রায়েলর সন্তানবিলাকক যি দেশ দিছোঁ, সেই কনান দেশ চোবা। [৫০] আৰু যেনেকৈ হোর পর্ব্বতত তোমার ককায়েরা হারোণর মৃত্যু হল, আপোন লোকবিলাকর গুরিলৈ তেওঁক নিয়া হল, তেনেকৈ তুমি যি পর্ব্বতত উঠিবা, সেই পর্ব্বততে তোমারো মৃত্যু হব, তোমাকো আপোন লোকবিলাকর গুরিলৈ নিয়া হব। [৫১] কিয়নো ছিন অরণ্যত, কাদেচত থকা মিরীবা পানীর গুরিত তোমালোকে ইস্রায়েলর সন্তানবিলাকর মাজত মোর সাক্ষাতে অপরাধ করিলা, ইস্রায়েলর সন্তানবিলাকর মাজত মোক পবিত্র বুলি মান্য নকরিলা। [৫২] তথাপি, ময় ইস্রায়েলর সন্তানবিলাকক যি দেশ দিছোঁ, তাক তুমি সম্মুখত দেখিবলৈ পাবা, কিন্তু তার মাজত সোমাবলৈ নেপাবা।

মোচির আশীর্ব্বাদ।

৩৩ তার পাছে ঈশ্বরর লোক মোচিয়ে আপোনার মৃত্যুর আগেয়ে ইস্রায়েলর সন্তানবিলাকক যি আশীর্ব্বাদ করিলে, সেয়ে এই; [২] তেওঁ কলে,

যিহোবা চীনয়র পরা আহিল,
চেয়ীরর পরা সিবিলাকলৈ উদয় হল;
তেওঁ পারণ পর্ব্বতর পরা আপোনার দীপ্তি প্রকাশ করিলে,
আৰু অযুত অযুত পবিত্রবিলাকর মাজর পরা আহিল;
সিবিলাকর নিমিত্তে তেওঁর সোঁহাতর পরা অগ্নিরে সৈতে ব্যবস্থা ওলাল।
[৩] স্বরূপেই তেওঁ প্রজাবিলাকক প্রেম করিলে,
সিবিলাকর সকলো পবিত্র লোক তোমার হাতত আছিল;
সিবিলাকে তোমার পাছে পাছে গৈ,
প্রতিজনে তোমার বাক্য গ্রহণ করিলে।
[৪] মোচিয়ে আমাক এক ব্যবস্থার আদেশ করিলে,
তাক যাকোবর সমাজর আধিপত্যস্বরূপে আজ্ঞা করি দিলে,
[৫] লোকবিলাকর মূল মানুহবিলাক গোট খোবা সময়ত,
আৰু ইস্রায়েলর আটাই ফৈদবিলাক একত্র হোবা কালত,
তেওঁ যিচুরূণর মাজত রজা হল।
[৬] রূবেণ জীয়াই থাকোক, নমরোক;
তথাপি তার লোক লেখত অলপ হওক।
[৭] যিহুদাক দিয়া আশীর্ব্বাদ এই; তেওঁ কলে,
হে যিহোবা, যিহুদার মাত শুনা,
আৰু তার লোকবিলাকর গুরিলৈ তাক আনা;
সি আপোন হাতে নিজর নিমিত্তে যুদ্ধ করিলে;
তুমি তার শত্রুবোরর বিরুদ্ধে তার সহায় হবা।
[৮] পাছে তেওঁ লেবীর বিষয়ে কলে,
তুমি মচ্ছাত যার পরীক্ষা করিছিলা,
আৰু মিরীবা পানীর ওচরত যার লগত বিবাদ করিছিলা,
[৯] যি জনে আপোন পিতৃর আৰু আপোন মাতৃর বিষয়ে কলে, ময় সিবিলাকক দেখা নাই,
যি জনে আপোন ভাই-ককাইক স্বীকার নকরিলে,
আৰু আপোন সন্তানবোরকো নিচিনিলে,
তোমার সেই সাধু লোকর লগত তোমার তুম্মীম আৰু উরীম থাকোক;
কিয়নো সিবিলাকে তোমার বাক্যমতে কার্য্য করি তোমার নিয়মটী পালন করিলে।
[১০] সিবিলাকে যাকোবক তোমার শাসনপ্রণালীবোর,
ইস্রায়েলক তোমার ব্যবস্থা শিকাব;
সিবিলাকে তোমার আগত ধূপ জলাব,
আৰু তোমার যজ্ঞবেদির ওপরত গোটেইটো পুরিব লগা বলি উৎসর্গ করিব।
[১১] হে যিহোবা, তার সম্পত্তিত আশীর্ব্বাদ করা,
তার হাতর কার্য্য গ্রহণ করা;
তার বিরুদ্ধে উঠাবোরর আৰু তাক ঘিণ করাবোরর কঁকাল,
সিহঁত উঠিব নোবরাকৈ ভাঙ্গা।
[১২] তেওঁ বিন্যামীনর বিষয়ে কলে,

যিহোৱাৰ প্ৰিয় লোক তেওঁৰ ওচৰত নিৰ্ভয়ে থাকিব;
তেওঁ ওৰেদিনটো তাক আবৰি ধৰে,
আৰু তেওঁ তাৰ দুই কান্ধৰ মাজত বাস কৰে।
[১৩] তেওঁ যোচেফৰ বিষয়ে কলে,
আকাশৰ উত্তম বস্তু নিয়ৰ,
তলত ব্যাপি থকা সাগৰ,
[১৪] সূৰ্য্যৰ তাপত পকা উত্তম ফল,
চন্দ্ৰকলাৰ বৃদ্ধিত পকা উত্তম ফল,
[১৫] পুৰাতনীয়া পৰ্ব্বতবোৰৰ প্ৰধান দ্ৰব্য,
চিৰকলীয়া গিৰিবোৰৰ উত্তম বস্তু,
[১৬] পৃথিবীৰ উত্তম দ্ৰব্য, আৰু তাত উৎপন্ন হোৱা সকলো বস্তু, এই সকলোৰে,
আৰু জোপাত থকা জনাৰ অনুগ্ৰহেৰে,
তাৰ দেশ যিহোৱাৰ পৰা অনুগ্ৰহ প্ৰাপ্ত হওক;
যোচেফৰ মূৰত আশীৰ্ব্বাদ পৰোক,
আপোন ভাইবিলাকৰ পৰা পৃথকে থকা জনৰ মূৰৰ তালুত আশীৰ্ব্বাদ পৰোক।
[১৭] তাৰ প্ৰথমে ওপজা ভতৰা বৰ সুবলা;
তাৰ শিঙ দুটা মেথনৰ শিঙৰ দৰে;
তাৰ দ্বাৰায় সি আটাই জাতিবিলাকক, এনে কি, পৃথিবীৰ অন্তলৈকে জুৰি থকা জাতিবিলাকক খুঁচি খুঁচি ঠেলি নিব;
সেইবোৰ ইফ্ৰয়িমৰ অযুত অযুত লোক,
আৰু মনচিৰ হাজাৰ হাজাৰ লোক।
[১৮] তেওঁ জবূলূনৰ বিষয়ে কলে,
হে জবূলূন, তুমি আপোন যাত্ৰাত,
আৰু হে ইচাখৰ, তুমি আপোন তাম্বুত আনন্দ কৰা।
[১৯] সিবিলাকে লোকবিলাকক পৰ্ব্বতলৈ নিমন্ত্ৰণ কৰিব,
সেই ঠাইত সিবিলাকে ধাৰ্ম্মিকতাৰ বলি উৎসৰ্গ কৰিব;
কিয়নো সিবিলাকে সমুদ্ৰৰ বহুল দ্ৰব্য,
আৰু বালিৰ গুপুত ধন চুহিব।
[২০] তেওঁ গাদৰ বিষয়ে কলে,
যি জনাই গাদক বহলাইছে, সেই জনা ধন্য;
সি সিংহীৰ দৰে শয়ন কৰে,
সি বাহু, এনে কি, মূৰৰ তালুকো বিদাৰে।
[২১] সি প্ৰথম ভাগ নিজৰ নিমিত্তে ললে,
কিয়নো সেই ঠাইত সেনাপতিৰ ভাগ ৰখা হল;
আৰু সি লোকবিলাকৰ মূল মানুহৰ লগত আহিল,
সি যিহোৱাৰ ন্যায় কাৰ্য্য সিদ্ধ কৰিলে,
আৰু ইস্ৰায়েলে সৈতে তেওঁৰ শাসন-প্ৰণালীবোৰৰ পালন কৰিলে।
[২২] তেওঁ দানৰ বিষয়ে কলে,
দান বাচানৰ পৰা জাপ মাৰি অহা যুবা সিংহ।
[২৩] তেওঁ নপ্তালীৰ বিষয়ে কলে,
হে নপ্তালী, তুমি অনুগ্ৰহেৰে তৃপ্ত,
আৰু যিহোৱাৰ আশীৰ্ব্বাদেৰে পৰিপূৰ্ণ;
তুমি সাগৰ আৰু দক্ষিণ অঞ্চল অধিকাৰ কৰা।
[২৪] আৰু তেওঁ আচেৰৰ বিষয়ে কলে,
সন্তানবিলাকৰ মাজত আচেৰে অধিক আশীৰ্ব্বাদ পাওক;
সি আপোন ভাই-ককাইবিলাকৰ গুৰিত অনুগ্ৰহ পাওক;
সি আপোনাৰ ভৰি তেলত জুবুৰিয়াওক।
[২৫] তোমাৰ ডাংবোৰ লোহা বা পিত্তলৰ হব;
আৰু তোমাৰ আয়ুষ যেনে, তোমাৰ শক্তি তেনে হব।
[২৬] যিচুৰূণৰ ঈশ্বৰৰ তুল্য কোনো নাই;
তোমাৰ সহায়ৰ নিমিত্তে তেওঁ আকাশ-মণ্ডলেদি,
আৰু আপোন গৌৰৱেৰে গগণেদি, ৰথত উঠি অহাযোৱা কৰে।
[২৭] অনাদি ঈশ্বৰ তোমাৰ বাস কৰা ঠাই,
আৰু তলত চিৰস্থায়ী বাহু স্থুথন;
তেওঁ তোমাৰ আগৰ পৰা শত্ৰুবোৰক দূৰ কৰিলে,
আৰু বিনষ্ট কৰা বুলি কলে।
[২৮] ইস্ৰায়েলে নিৰ্ভয়ে বাস কৰে;
যাকোবৰ ভুমুকৰূপ বংশই অকলসৰীয়া হৈ,
শস্য আৰু দ্ৰাক্ষাৰসৰ দেশত বাস কৰে,
এনে কি, তাৰ আকাশৰ পৰাও নিয়ৰ পৰে।
[২৯] হে ইস্ৰায়েল, তুমি ধন্য;

যিহোবার দ্বারায় নিস্তার পোৱা জাতি যি তুমি, তোমার সদৃশ কোন আছে?
তেওঁ তোমার সহায় করোঁতা ঢাল,
তোমার মাহাত্ম্য দিওঁতা তরোৱাল;
তোমার শত্রুবোর তোমার বশীভূত হব;
তুমি সিহঁতর ওখ ঠাইবোরত ভরি দিবা।

মোচির মৃত্যু।

**৩৪** পাছে মোচিয়ে মোৱাবর সমথলর পরা যিরীহোর সম্মুখত থকা নবো পর্ব্বতলৈ পিচ্‌গার টিঙলৈ উঠিল। তাতে যিহোৱাই তেওঁক দানলৈকে গোটেই গিলিয়দ দেশ, [২] গোটেই নপ্তালি আরু ইফ্রয়িম ও মনচি দেশ, আরু পশ্চিম সমুদ্রলৈকে সমস্ত যিহুদা দেশ, [৩] আরু দক্ষিণ অঞ্চল, আরু সমথল, অর্থাৎ চোৱরলৈকে খর্জ্জুরপুর যিরীহোর উপত্যকা দেখুৱালে। [৪] আরু যিহোৱাই তেওঁক কলে, ময় তোমার বংশক এই দেশ দিম বুলি যি দেশর বিষয়ে শপথ খাই অব্রাহাম, ইচ্‌হাক, আরু যাকোবক কৈছিলোঁ, সেই দেশ এইখনেই; ময় ইয়াক তোমাক দেখুৱালোঁ, কিন্তু তুমি পার হৈ তালৈ যাবলৈ নেপাবা। [৫] এই রূপে যিহোবার বাক্য অনুসারে সেই ঠাইতে মোৱাব দেশত যিহোবার দাস মোচির মৃত্যু হল। [৬] আরু মোৱাব দেশত, বৈৎ-পিয়োরর সম্মুখত থকা উপত্যকাত যিহোৱাই তেওঁক মৈদাম দিলে; কিন্তু তেওঁর মৈদামর ঠাই আজিলৈকে কোনেও নেজানে। [৭] মরণর কালত মোচির এশ বিশ বছর বয়স হৈছিল; তেওঁর চকু দুর্ব্বল নাছিল, আরু গার বল কম হোৱা নাছিল। [৮] পাছে ইস্রায়েলর সন্তানবিলাকে মোচির নিমিত্তে মোৱাব সমথলত ত্রিশ দিন ক্রন্দন করিলে; এই রূপে সিবিলাকে মোচির নিমিত্তে শোক করি করি বিলাপর দিন পূর করিলে। [৯] নূনর পুত্র যিহোচূৱা জ্ঞানদায়ক আত্মারে পরিপূর্ণ আছিল; কারণ মোচিয়ে তেওঁর ওপরত হাত দিছিল; ইস্রায়েলর সন্তান-বিলাকে তেওঁর কথালৈ কাণ দি, মোচিক দিয়া যিহোবার আজ্ঞা অনুসারে কার্য্য করিবলৈ ধরিলে। [১০] মিচর দেশত ফরৌণলৈ, তেওঁর আটাই দাসলৈ, আরু তেওঁর সমস্ত দেশলৈ যি চিন আরু অদ্ভুত লক্ষণ দেখুৱাবলৈ যিহোৱাই মোচিক পঠাইছিল, সেই সকলোর বিষয়ে, [১১] আরু গোটেই ইস্রায়েলর দৃষ্টিত মোচিয়ে দেখুউৱা আটাই বাহুবল, আরু সিদ্ধ করা আটাই ভয়ানক কার্য্যর বিষয়ে, [১২] যিহোৱাই সম্মুখা-সম্মুখি হৈ আলাপ করি জনা, ইস্রায়েলর মাজত মোচির নিচিনা ভাববাদী সেই কালর পরা আরু উৎপন্ন হোৱা নাই।

---

# যিহোচূৱার পুস্তক।

---

যিহোচূৱাক দিয়া যিহোবার আজ্ঞা, আরু লোকবিলাকক দিয়া যিহোচূৱার আদেশ।

**১** যিহোবার দাস মোচির মৃত্যুর পাছে, যিহোৱাই মোচির পরিচারক নূনর পুত্র যিহো-চূৱাক কলে, [২] মোর দাস মোচির মৃত্যু হল; এতেকে তুমি এতিয়া উঠা, এই সকলো লোকে সৈতে, ময় যি দেশ ইস্রায়েলর সন্তানবিলাকক দিছোঁ, সেই যর্দ্দন পার হৈ সেই দেশলৈ যোৱা। [৩] যি যি ঠাইত তোমালোকে ভরি দিবা, ময় মোচিক কোৱার দরে সেই সকলো ঠাই তোমালোকক দিলোঁ। [৪] অরণ্যথন আরু সেই লিবানোনর পরা মহা-নদী ফরাৎ নদীলৈকে, সূর্য্য অস্ত যোৱা ফালে মহা-সমুদ্রলৈকে হিত্তীয়া-বিলাকর গোটেই দেশ তোমালোকর অঞ্চল হব। [৫] তোমার জীৱনর গোটেই কালত তোমার আগত কোনো লোক থিয় হব নোৱারিব; ময় মোচির লগত থকার দরে তোমার লগতো থাকিম; ময় তোমাক নেরিম, তোমাক ত্যাগ নকরিম। [৬] বল-ৱান আরু সাহীয়াল হোৱা; কিয়নো এই লোক-বিলাকক যি দেশ দিবলৈ ময় সিবিলাকর পূর্ব্ব-

পুরুষবিলাকর আগত শপথ করিছিলোঁ, তাক তুমিহে এই লোকবিলাকক অধিকার করাবা। ৭ মোর দাস মোচিয়ে তোমাক আজ্ঞা করা গোটেই ব্যৱস্থা পালন করি সেই মতে কাৰ্য্য করিবলৈ, মাথোন তুমি বলৱান আরু অতিশয় সাহীয়াল হোৱা; তুমি যি যি ঠাইলৈ যোৱা, সেই সকলো ঠাইতে কৃতকাৰ্য্য হবর নিমিত্তে, তুমি তার পরা সোঁ কি বাঁওহাতে নুঘূরিবা। ৮ এই ব্যৱস্থা-পুস্তকখনি তোমার মুখর পরা আঁতরি নেযাওক; কিন্তু তাত লিখা আটাইখিনিকে পালন করি সেই মতে কাৰ্য্য করিবলৈ তুমি দিনে-রাতিয়ে তাক ধ্যান করা; কিয়নো তাকে করিলে, তোমার শুভগতি হব, আরু তুমি কৃত-কাৰ্য্য হবা। ৯ ময় তোমাক আজ্ঞা দিয়া নাই নে? বলৱান আরু সাহীয়াল হোৱা, ত্রাসিত বা ব্যাকুল নহবা; কিয়নো তুমি যি যি ঠাইলৈ যাবা, সেই সকলো ঠাইতে তোমার ঈশ্বর যিহোৱা তোমার লগত থাকিব।

১০ তেতিয়া যিহোচূৱাই লোকবিলাকর বিষয়া-সকলক আজ্ঞা দি কলে, ১১ তোমালোকে ছাউ-নির মাজেদি গৈ লোকবিলাকক এই আজ্ঞা করা, তোমালোকে আপোনাবিলাকর নিমিত্তে বাটর সমল যুগুত করা; কিয়নো, তোমালোকর ঈশ্বর যিহোৱাই অধিকারর অর্থে তোমালোকক যি দেশ দিছে, সেই দেশত সোমাই তাক অধি-কার করিবর নিমিত্তে তিন দিনর ভিতরত তোমালোকে সেই যৰ্দ্দন নদী পার হৈ যাব লাগিব।

১২ পাছে যিহোচূৱাই রূবেণীয়া ও গাদীয়া-বিলাকক, আরু মনচির আধা ফৈদক কলে, ১৩ তোমালোকর ঈশ্বর যিহোৱাই তোমালোকক জিরণি দিছে, আরু তোমালোকক এই দেশ দিব। ১৪ তোমালোকর লরা, তিরুতা, আরু তোমালোকর পশুবোর যৰ্দ্দনর পুব পারে মোচিয়ে তোমালোকক দিয়া দেশতে থাকিব লাগিব; কিন্তু, যিহোৱাই তোমালোকর নিচি-নাকৈ তোমালোকর ভাইবিলাকক জিরণি নিদিয়েমানে, আরু তোমালোকর ঈশ্বর যিহো-ৱাই সিবিলাকক দিয়া দেশ সিবিলাকেও অধি-কার নকরেমানে, ১৫ তোমালোক আটাই পরাক্রমী বীরপুরুষবিলাকে সাজু হৈ সিবিলাকর আগে আগে পার হৈ গৈ, সিবিলাকক সাহায্য করিব লাগিব; পাছত তোমালোকে যৰ্দ্দনর পুব পারে সূর্য্যোদয়র ফালে যিহোৱার দাস মোচিয়ে দিয়া তোমালোকর আধিপত্যর দেশলৈ উভটি আহি তাক ভোগ করিবা, এই যি আজ্ঞা যিহোৱার দাস মোচিয়ে তোমালোকক দিছিল, তাক সোঁৱ-রণ করা। ১৬ তাতে সিবিলাকে যিহোচূৱাক উত্তর দি কলে, আপুনি আমাক যি যি আজ্ঞা দিছে, আমি সেই সকলোকে পালন করিম, আরু আপুনি আমাক যলৈকে পঠায়, তলৈকে আমি যাম; ১৭ আমি সকলো বিষয়তে যেনেকৈ মোচির কথা শুনিছিলোঁ, তেনেকৈ আপোনার কথাও শুনিম; কেৱল, মোচির লগত থকার দরে, আপোনার ঈশ্বর যিহোৱা আপোনার লগত থাকোক; ১৮ যি কোনোৱে আপোনার আজ্ঞার বিরুদ্ধে আচরণ করিব, আরু আপুনি তাক দিয়া আজ্ঞার কোনো কথা নুশুনিব, তার প্রাণদণ্ড হব; কেৱল আপুনি বলৱান আরু সাহীয়াল হওক।

### চোরাং-চোরা পঠোৱা।

**২** পাছে নূনর পুত্র যিহোচূৱাই চিটীমর পরা চোরাং-চোরাস্বরূপে দুজন মানুহক গুপুতে এই কথা কৈ পঠালে, বোলে, তোমালোকে যোৱা, সৌ দেশখন বিশেষকৈ যিরীহো নগর চাই আহাঁগৈ। তেতিয়া সিবিলাকে গৈ, রাহব নামেরে এজনী বেশ্যার ঘরত সোমাই তাতে শয়ন করিলে। ২ কিন্তু কোনো লোকে যিরীহোর রজাক কলে, দেখোক, দেশর বুজ-বিচার লবর অর্থে ইস্রায়েলর সন্তানবিলাকর তার পরা কেই-জনমান লোক আজি রাতি এই ঠাইলৈ আহিল। ৩ তাতে যিরীহোর রজাই রাহবলৈ এই কথা কৈ পঠালে, বোলে, তোর ওচরলৈ আহি তোর ঘরত সোমোৱা, মানুহকেইটাক বাহির করি আন; কিয়নো গোটেইখন দেশর বুজ-বিচার লবলৈহে সিহঁত আহিল। ৪ কিন্তু সেই তিরু-তাই সেই মানুহ দুজনক লুকুৱাই থৈ কলে, স্বরূপেই সেই মানুহ মোর ওচরলৈ আহিছিল, কিন্তু সিহঁত ক'র মানুহ, তাক ময় নেজানো। ৫ আন্ধার হলত, নগরর দুৱার প্রায় বন্ধ করা সম-য়ত সেই মানুহ ওলাই গল; কলৈ গল, তাক

ময় কব নোৱাৰোঁ ; তোমালোকে বেগাই সিহঁতৰ পাছে পাছে খেদি যোৱা ; কিয়নো তোমালোকে সিহঁতৰ লগ ধৰিবাগৈ। [6] কিন্তু তাই সিবিলাকক ঘৰৰ চালৰ ওপৰলৈ নি, চালৰ ওপৰত ৰীতিমতে মেলি দিয়া শণঠাৰিবোৰেৰে সিবিলাকক লুকুৱাই থৈছিল। [7] আৰু মানুহবিলাকে যৰ্দ্দন নৈৰ পাৰ-ঘাটলৈ যোৱা বাটেদি সিবিলাকৰ পাছে পাছে খেদি গল ; আৰু খেদি যোৱা লোক বাহিৰ হোৱামাত্ৰকে নগৰৰ দুৱাৰ মৰা হল। [8] পাছে সিবিলাক নৌ শোওঁতেই তাই চালৰ ওপৰলৈ সিবিলাকৰ ওচৰলৈ গল, [9] আৰু সেই মানুহ কেইজনক কলে, যিহোৱাই তোমালোকক যে দেশ দিলে, আৰু তোমালোকৰ পৰা যে আমি ত্ৰাসিত হৈছোঁ, আৰু দেশ-নিবাসী আটাই লোক তোমালোকৰ কাৰণে ভয়ত দ্ৰৱ হৈ গৈছে, তাক ময় জানিছোঁ। [10] কিয়নো, তোমালোক মিচৰৰ পৰা ওলাই অহা সময়ত যিহোৱাই তোমালোকৰ সাক্ষাতে কেনেকৈ চূফ সাগৰৰ পানী শুকুৱাইছিল, আৰু যৰ্দ্দনৰ সিপাৰে থকা চীহোন আৰু ওগ নামেৰে ইমোৰীয়াবিলাকৰ দুজন ৰজালৈ তোমালোকে কেনে ব্যৱহাৰ কৰি সিবিলাকক নিঃশেষে বিনষ্ট কৰিছিলা, তাক আমি শুনিলোঁ। [11] আৰু শুনামাত্ৰকে আমাৰ হৃদয় ভয়ত দ্ৰৱ হৈ গল ; তোমালোকৰ কাৰণে কাৰো সাহ আৰু নেথাকিল ; কিয়নো তোমালোকৰ ঈশ্বৰ যিহোৱায়েই ওপৰত থকা স্বৰ্গৰ আৰু তলত থকা পৃথিবীৰ ঈশ্বৰ। [12] এই হেতুকে ময় এতিয়া বিনয় কৰোঁ, যে, ময় তোমালোকলৈ দয়া ব্যৱহাৰ কৰাৰ কাৰণে তোমালোকেও মোৰ পিতৃ-বংশলৈ দয়া ব্যৱহাৰ কৰিবলৈ, [13] আৰু তোমালোকে মোৰ পিতৃ, মাতৃ, ভাই, আৰু ভনীবিলাকক, আৰু সিবিলাকৰ সকলোকে জীয়াই ৰাখিবলৈ, আৰু মৃত্যুৰ পৰা আমাৰ প্ৰাণ উদ্ধাৰ কৰিবলৈ, যিহোৱাৰ নামেৰে মোৰ আগত শপথ কৰি মোক সত্যতাৰ প্ৰমাণৰ চিন দিয়া। [14] তেতিয়া সেই মানুহ কেইজনে তাইক কলে, যদি তোমালোকে আমাৰ এই কাৰ্য্যৰ কথা প্ৰকাশ নকৰা, তেন্তে তোমালোকৰ প্ৰাণৰ সলনি আমাৰ প্ৰাণ যাব ; আৰু যেতিয়া যিহোৱাই আমাক এই দেশ দিব, তেতিয়া আমি তোমালৈ দয়া আৰু সত্য ব্যৱহাৰ কৰিম। [15] তাৰ পাছে তাই খিলিকি দুৱাৰেদি সিবিলাকক লেজুৰে নমাই দিলে, কিয়নো তাইৰ ঘৰ নগৰৰ গড়ৰ গাতে আছিল, আৰু তাই গড়ৰ ওপৰত বাস কৰিছিল। [16] পাছে তাই সিবিলাকক কলে, খেদি যোৱা লোকে যেন তোমালোকৰ লগ নেপায়, এই নিমিত্তে পৰ্ব্বতলৈ যোৱা ; আৰু খেদি যোৱা মানুহ উলটি নাহেমানে তাতে তিন দিন লুকাই থাকিবা, তাৰ পাছত আপোন বাটেদি গুচি যাবা। [17] তাতে মানুহ কেইজনে তাইক কলে, আমি কোৱাৰ দৰে তুমি নকৰিলে, তুমি আমাক খুউৱা তোমাৰ এই শপথৰ বিষয়ে আমি নিৰ্দ্দোষী হম। [18] দেখা, তুমি এই যি খিলিকি দুৱাৰেদি আমাক নমাই দিলা, আমি এই দেশৰ ভিতৰলৈ অহা কালত, এই খিলিকি দুৱাৰত সেন্দুৰ বৰণীয়া সূতাৰে বটা এই ৰচিডাল বান্ধি ৰাখিবা, আৰু তোমাৰ পিতৃ, মাতৃ, ভাইবিলাক, আৰু তোমাৰ পিতৃবংশৰ সকলোকে তোমাৰ আপোন ঘৰত গোটাই ৰাখিবা। [19] তাতে, যি কোনোৱে তোমাৰ ঘৰৰ দুৱাৰৰ পৰা বাটলৈ ওলাব, তাৰ ৰক্তপাতৰ দোষ তাৰ মূৰৰ ওপৰতে পড়িব, আৰু আমি নিৰ্দ্দোষী হম ; কিন্তু যি কোনোৱে তোমাৰ লগত ঘৰত থাকিব, তাৰ ওপৰত যদি কোনোৱে হাত দিয়ে, তেন্তে সেই ৰক্তপাতৰ দোষ আমাৰ মূৰৰ ওপৰত পড়িব। [20] কিন্তু তুমি যদি আমাৰ এই কাৰ্য্যৰ কথা প্ৰকাশ কৰা, তেন্তে আমাক খুউৱা শপথৰ বিষয়ে আমি নিৰ্দ্দোষী হম। [21] তোমালোকে যেনেকৈ কৈছা, তেনেকৈ হওক, তাই এই কথা কৈ সিবিলাকক বিদায় দিলত, সিবিলাক গুচি গল, আৰু তাই সেই সেন্দুৰ বৰণীয়া ৰচিডাল খিলিকি দুৱাৰত বান্ধি ৰাখিলে। [22] সিবিলাকে গৈ পৰ্ব্বত পাই, খেদি যোৱা মানুহ উলটি নাহিলমানে, তাতে তিন দিন থাকিল ; আৰু খেদি যোৱাবিলাকে গোটেই বাটতে বিচাৰি সিবিলাকক নেপালে। [23] পাছে সেই মানুহ দুজন উলটি পৰ্ব্বতৰ পৰা নামি নদী পাৰ হৈ নূনৰ পুত্ৰ যিহোচূৱাৰ গুৰিলৈ গল, আৰু সিবিলাকলৈ ঘটা সকলো কথাকে তেওঁক কলে। [24] আৰু সিবিলাকে যিহোচূৱাক কলে, স্বৰূপেই ঈশ্বৰ যিহোৱাই সেই গোটেই দেশ আমাৰ হাতত সমৰ্পণ কৰিলে ; আমাৰ কাৰণে

দেশ-নিবাসী আটাইবোর ভয়ত দ্রব হৈ গৈছে।

যৰ্দ্দন পার হৈ যোৱা।

৩ পাছে যিহোচূৱাই রাতিপুৱাতে উঠি, ইস্রায়েলর আটাই সন্তানবিলাকে সৈতে চিটীমর পরা যাত্রা করি যৰ্দ্দনলৈ আহিল, কিন্তু তেতিয়া পার নহৈ তাতে থাকিল। ২ আরু তিন দিনর পাছে বিষয়াবিলাকে ছাউনির মাজেদি গৈ লোকবিলাকক এই আজ্ঞা দিলে, ৩ যে, যেতিয়া তোমালোকে আপোন ঈশ্বর যিহোৱার নিয়ম-চন্দুক, আরু লেবীয়া পুরোহিতবিলাকে তাক বৈ নিয়া দেখিবা, তেতিয়া তোমালোকে আপোন আপোন ঠাইর পরা উঠি তার পাছে পাছে যাবা। ৪ তথাপি তোমালোকর আরু তার মাজত প্রায় দুই হাজার হাত পরিমাণর ঠাই থাকিব; তোমালোকে যাব লগা পথ জানিবর নিমিত্তে, তার ওচরে ওচরে নেযাবা; কিয়নো আগেয়ে তোমালোকে সেই বাটেদি যোৱা নাই। ৫ পাছে যিহোচূৱাই লোকবিলাকক কলে, তোমালোকে আপোনাবিলাকক পবিত্র করা; কিয়নো কাইলৈ যিহোৱাই তোমালোকর মাজত আশ্চরিত কৰ্ম্ম করিব। ৬ আরু যিহোচূৱাই পুরোহিতবিলাকক কলে, তোমালোকে নিয়ম-চন্দুক তুলি লৈ, লোকবিলাকর আগে আগে বলা; তাতে সিবিলাকে নিয়ম-চন্দুক দাঙি লৈ, লোকবিলাকর আগে আগে যাবলৈ ধরিলে। ৭ পাছে যিহোৱাই যিহোচূৱাক কলে, ময় মোচির লগত থকার দরে তোমার লগতো যে আছোঁ, ইয়াক গোটেই ইস্রায়েলে জানিবর নিমিত্তে, ময় আজি সিবিলাকর দৃষ্টিত তোমাক গৌরৱান্বিত করিবলৈ আরম্ভ করিম। ৮ তুমি নিয়ম-চন্দুক বৈ নিয়া পুরোহিতবিলাকক এই আজ্ঞা করা, যে, তোমালোকে গৈ যৰ্দ্দনর পানীর যুৱলি পালে যৰ্দ্দনত রৈ থাকিবা।

৯ পাছে যিহোচূৱাই ইস্রায়েলর সন্তানবিলাকক কলে, তোমালোকে ইয়ালৈ আহি আপোন ঈশ্বর যিহোৱার বাক্য শুনা। ১০ যিহোচূৱাই আরু কলে, জীৱন্ত ঈশ্বর যে তোমালোকর মাজত আছে, আরু তেওঁ যে কনানীয়া, হিত্তীয়া, হিব্বীয়া, পরিজ্জীয়া, গির্গাচীয়া, ইমোরীয়া, আরু যিবূচীয়া লোকবিলাকক তোমালোকর আগর পরা নিশ্চয়ে দূর করিব, তাক তোমালোকে ইয়ার দ্বারায় জানিবা। ১১ দেখা, সমুদায় পৃথিবীর প্রভুর নিয়ম-চন্দুক তোমালোকর সাক্ষাতে যৰ্দ্দনলৈ যাব। ১২ এই হেতুকে তোমালোকে এতিয়া ইস্রায়েলর এক এক ফৈদর পরা এজন এজন এই রূপে বার ফৈদর পরা বার জনক লোৱা। ১৩ সমুদায় পৃথিবীর প্রভু যিহোৱার নিয়ম-চন্দুক বৈ নিয়া পুরোহিতবিলাকর ভরির পতা যৰ্দ্দনর পানীত সোমোৱামাত্রকে, যৰ্দ্দনর পানী অর্থাৎ ওপরর পরা বৈ অহা জলসমূহ ছিগি দ'ম খাই রব। ১৪ পাছে নিয়ম-চন্দুক বৈ নিয়া পুরোহিতবিলাক লোকবিলাকর আগ হলত, যেতিয়া লোকবিলাকে যৰ্দ্দন পার হবর নিমিত্তে আপোন আপোন তাম্বুর পরা ওলাল, ১৫ আরু যেতিয়া নিয়ম-চন্দুক বৈ নিয়াবিলাকে যৰ্দ্দন পালেগৈ, তেতিয়া নিয়ম-চন্দুক বৈ নিয়া পুরোহিতবিলাকর ভরি পানীর যুৱলিত পানীত ডুবুৱামাত্রকে (শস্য চপোৱা আটাই কালত যৰ্দ্দনর পানী গোটেই পারর ওপরলৈকে উঠি বাগরি যায়;) ১৬ ওপরর পরা বৈ অহা পানী ছিগি বহু দূরত, চৰ্তনর কোষত থকা আদম নগরর ওচরত দ'ম বান্ধি রল, আরু অরাবা সমুদ্র অর্থাৎ লবণসমুদ্রলৈ বৈ যোৱা জলসমূহ বৈ গৈ নিচেইকৈ নাইকিয়া হল; তেতিয়া লোকবিলাকে যিরীহোর সম্মুখে পার হল। ১৭ আরু গোটেই ইস্রায়েল জাতিয়ে পার হৈ নেটাইমানে, যিহোৱার নিয়ম-চন্দুক বৈ নিয়া পুরোহিতবিলাক যৰ্দ্দনর মাজত শুকান ভূমিত থিরে থিয় হৈ আছিল, আরু গোটেই ইস্রায়েলে শুকান মাটিয়েদি পার হৈ গৈছিল।

৪ তোমালোকে লোকবিলাকর এক এক ফৈদর এজন এজন এই ক্রমে বার ফৈদর পরা বার জনক লৈ সিবিলাকক এই আজ্ঞা করা, ২ যৰ্দ্দনর মাজর পরা পুরোহিতবিলাকর ভরি থিরে থকা ঠাইর পরা বারটা শিল তোমালোকে পারলৈ লগত লৈ যোৱা, আরু আজি রাতি তোমালোকে যি ঠাইত থাকিবা, সেই ঠাইতে তাকো থবা, ৩ এই বুলি যিহোৱাই যিহোচূৱাক আজ্ঞা দিয়ার দরে, ৪ যিহোচূৱাই ইস্রায়েলর সন্তানবিলাকর প্রত্যেক ফৈদর পরা এজন এজনকৈ যি বার জনক যুগুত করি থৈছিল,

⁵ সকলো লোকে পার হৈ এঁটালত, তেওঁ সিবিলাকক মাতি আনি এই কথা কলে, তোমালোকে আপোনাবিলাকর ঈশ্বর যিহোৱার নিয়ম-চন্দুকর সম্মুখলৈ যর্দ্দনর মাজলৈ নামি গৈ, ইস্রায়েলর সন্তানবিলাকর ফৈদর সংখ্যা অনুসারে প্রতিজনে এটা এটা শিল তুলি কান্ধত লোৱা, যেন সেয়ে তোমালোকর মাজত চিন থাকিব, ⁶ অর্থাৎ যেতিয়া তোমালোকর সন্তানবিলাকে আগলৈ, সেই শিলবোরর বিষয়ে তোমালোকে কি বুজা বুলি সুধিব, ⁷ তেতিয়া তোমালোকে সিবিলাকক কবা, যে, যিহোৱার নিয়ম-চন্দুকর আগত যর্দ্দনর পানী ছিগিছিল, চন্দুক পার হোৱা কালত যর্দ্দনর পানী ছিগিছিল, ইয়াকে বুজোঁ; ইস্রায়েলর সন্তানবিলাকলৈ এই শিলবোর সর্ব্বদায় সোঁৱরণর চিন হৈ থাকিব। ⁸ তাতে ইস্রায়েলর সন্তানবিলাকে যিহোচূৱার আজ্ঞার দরে কার্য্য করিলে; যিহোৱাই যিহোচূৱাক যেনেকৈ কৈছিল, তেনেকৈ, ইস্রায়েলর সন্তানবিলাকর ফৈদর সংখ্যা অনুসারে যর্দ্দনর মাজর পরা বারটা শিল তুলি আপোনাবিলাকর লগত পারলৈ লৈ গৈ, রাতি থকা ঠাইতে সেইবোর থলে। ⁹ আরু নিয়ম-চন্দুক বৈ নিয়া পুরোহিতবিলাকর ভরি থিরে থকা ঠাইত, যর্দ্দনর মাজত যিহোচূৱাই বারটা শিল স্থাপন করিলে; সেই শিল আজিলৈকে সেই ঠাইতে আছে। ¹⁰ কিয়নো, যিহোচূৱাক মোচিয়ে দিয়া আজ্ঞা অনুসারে, যি সকলো কথা লোকবিলাকক কবলৈ যিহোৱাই যিহোচূৱাক আজ্ঞা দিছিল, সেই সকলো সিদ্ধ নহয়মানলৈকে চন্দুক বৈ নিয়া পুরোহিতবিলাক যর্দ্দনর মাজত থিয় হৈ থাকিছিল, আরু লোকবিলাক বেগাই পার হৈ গৈছিল। ¹¹ আরু সকলো লোকবিলাক নিঃশেষে পার হলত, যিহোৱার চন্দুক আরু পুরোহিতবিলাক লোকবিলাকর দেখাতে পার হৈ গল। ¹² আরু রূবেণর সন্তানবিলাক, গাদর সন্তানবিলাক, আরু মনচির আধা ফৈদো, সিবিলাকক মোচিয়ে কোৱার দরে, রণলৈ সাজু হৈ ইস্রায়েলর সন্তানবিলাকর দেখাতে পার হৈ গল; ¹³ যুদ্ধলৈ যুগুত হোৱা প্রায় চল্লিশ হাজার লোক যিহোৱার সাক্ষাতে যিরীহোর সমথললৈ যুদ্ধ করিবলৈ পার হৈ গল। ¹⁴ সেই দিনা যিহোৱাই গোটেই ইস্রায়েলর সাক্ষাতে যিহোচূৱাক গৌরবান্বিত করিলে; তাতে, ইস্রায়েলর সন্তানবিলাকে মোচিলৈ যেনেকৈ ভয় করিছিল, তেনেকৈ তেওঁলৈকো তেওঁর জীৱনর সকলো কালত সিবিলাকে ভয় করিলে।

¹⁵ পাছে যিহোৱাই যিহোচূৱাক কলে, ¹⁶ সাক্ষ্যফলি থকা চন্দুক বৈ নিয়া পুরোহিতবিলাকক যর্দ্দনর পরা উঠি আহিবলৈ আদেশ করা। ¹⁷ তাতে, যিহোচূৱাই পুরোহিতবিলাকক যর্দ্দনর পরা উঠি আহাঁ বুলি আজ্ঞা দিলে। ¹⁸ তার পাছে, যিহোৱার নিয়ম-চন্দুক বৈ নিয়া পুরোহিতবিলাকে যর্দ্দনর মাজর পরা উঠি আহি শুকান মাটিত ভরি দিয়ামাত্রকে, যর্দ্দনর জলসমূহ আপোন ঠাইলৈ উলটি আহি পূর্ব্বর দরে গোটেই পারর ওপরলৈকে উঠি বাগরি গল। ¹⁹ এই রূপে লোকবিলাকে প্রথম মাহর দশম দিনা যর্দ্দনর পরা উঠি আহি, যিরীহোর পুব সীমাত থকা গিল্‌গলত ছাউনি পাতিলে। ²⁰ আরু সিবিলাকে যর্দ্দনর পরা অনা সেই বারটা শিল যিহোচূৱাই গিল্‌গলত স্থাপন করিলে। ²¹ আরু তেওঁ ইস্রায়েলর সন্তানবিলাকক কলে, আগলৈ তোমালোকর সন্তানবিলাকে আপোন আপোন পিতৃবিলাকক, এই শিলবোর কিহর বাবে বুলি যদি সোধে, ²² তেন্তে তোমালোকে আপোন আপোন সন্তানবিলাকক কবা, যে, ইস্রায়েলে শুকান ভূমিয়েদি সেই যর্দ্দন পার হল। ²³ কিয়নো, আমি পার হৈ নেটাওঁমানে, তোমালোকর ঈশ্বর যিহোৱাই যি চূফ সাগরক আমার সম্মুখত শুকুৱাইছিল, সেই সাগরক করা নিচিনাকৈ, তোমালোকে পার হৈ নেটোৱালৈকে তোমালোকর ঈশ্বর যিহোৱাই তোমালোকর আগতো যর্দ্দনর পানী শুকুৱাই রাখিছিল. ²⁴ যেন পৃথিবীর সকলো জাতিয়ে যিহোৱার হাত বলৱান বুলি জানিবলৈ পায়, আরু তোমালোকেও যেন সর্ব্বতিকালে আপোন ঈশ্বর যিহোৱাক ভয় করা।

লোকবিলাকক চুন্নৎ করা। নিস্তার-পর্ব্ব পালন করা।

**৫** পাছে, আমি পার নোহোৱালৈকে যিহোৱাই ইস্রায়েলর সন্তানবিলাকর সম্মুখত যর্দ্দনর পানী শুকুৱাই রাখিলে, এই কথা যেতিয়া

যৰ্দ্দনর পশ্চিম পারে থকা ইমোরীয়াবিলাকর আটাই রজাই, আরু সমুদ্রর ওচরত থকা কনানীয়াবিলাকর আটাই রজাই শুনিলে, তেতিয়া সিবিলাকর হৃদয় ভয়ত পমি গল, আরু ইস্রায়েলর সন্তানবিলাকর কারণে সিবিলাকর আরু সাহ নেথাকিল।

[2] সেই সময়ত যিহোৱাই যিহোচূৱাক কলে, তুমি শিলর কটারি করি আকৌ দ্বিতীয়-বার ইস্রায়েলর সন্তানবিলাকর চুন্নৎ করোওৱা। [3] তাতে যিহোচূৱাই শিলর কটারি করি, অগ্র-চর্ম্ম নামেরে পর্ব্বতর ওচরত ইস্রায়েলর সন্তান-বিলাকর চুন্নৎ করোওৱালে। [4] যিহোচূৱাই সেই চুন্নৎ করোওৱার কারণ এই; মিচর দেশর পরা ওলাই অহা সকলো লোকর মাজত যিমান যুদ্ধারু পুরুষ আছিল, মিচরর পরা যাত্রা করার পাছত সেই সকলো পুরুষ বাটর মাজত অরণ্যতে মরিল। [5] কিয়নো ওলাই অহা সকলো লোকরে চুন্নৎ করা আছিল; কিন্তু মিচরর পরা ওলাই আহোঁতে বাটত অরণ্যত জন্ম পোৱাবিলাকর কারো চুন্নৎ করা নাছিল। [6] কারণ, মিচরর পরা ওলাই অহা যিহোৱার গোটেই জাতি, বিশেষকৈ যুদ্ধারু পুরুষবিলাক তেওঁর কথা নুশুনা বাবে বিনষ্ট নোহোৱালৈকে, ইস্রায়েলর সন্তানবিলাকে চল্লিশ বছর অরণ্যত ভ্রমণ করিছিল; আমাক যি দেশ দিম বুলি যিহোৱাই সিবিলাকর পূর্ব্ব-পুরুষবিলাকর আগত শপথ করিছিল, সেই দুগ্ধ মধু বৈ থকা দেশ সিবি-লাকক দেখিবলৈ নিদিওঁ বুলি যিহোৱাই সিবিলাকর আগত শপথ করিছিল। [7] পাছে, সিবিলাকর সলনি সিবিলাকর যি সন্তানবিলাক তেওঁ উৎপন্ন করিলে, যিহোচূৱাই সিবিলাকরেই চুন্নৎ করোওৱালে; কিয়নো সিবিলাক অচুন্নৎ আছিল, কারণ বাটত সিবিলাকর চুন্নৎ করা নহল। [8] সেই গোটেই জাতির চুন্নৎ করি এঁটোৱার পাছে, সিবিলাক সুস্থ নহয়মানে, ছাউনির মাজত আপোন আপোন ঠাইত থাকিল। [9] পাছে যিহোৱাই যিহোচূৱাক কলে, আজি ময় তোমালোকর পরা মিচরর দুর্নামস্বরূপ শিল বগরাই পেলালোঁ; এই হেতুকে সেই ঠাই গিল্গল [বগরোৱা] বুলি আজিলৈকে বিখ্যাত আছে।

[10] ইস্রায়েলর সন্তানবিলাকে গিল্গলত ছাউনি পাতি মাহর চতুর্দ্দশ দিনা গধূলি বেলা যিরীহোর সমথলত নিস্তার-পর্ব্ব পালন করিলে। [11] সেই নিস্তার-পর্ব্বর পাছদিনা সিবিলাকে দেশত উৎপন্ন হোৱা শস্য ভোজন করিলে; সেই দিনাই সিবিলাকে খমীর নিদিয়া পিঠা আরু ভজা শস্য ভোজন করিলে। [12] আরু সেই পাছদিনা, সিবিলাকে দেশত উৎপন্ন হোৱা শস্য ভোজন করার পাছে মান্না নাইকিয়া হল; তেতিয়ারে পরা ইস্রায়েলর সন্তানবিলাকে আরু মান্না নেপালে, কিন্তু সেই বছরত কনান দেশর শস্য ভোজন করিলে।

### যিরীহোর পতন আরু বিনাশ।

[13] যিরীহোর ওচরত থকা কালত, যিহো-চূৱাই চকু তুলি চাই দেখিলে, যে, ফাঁকর পরা উলিয়াই হাতত এখন তরোৱাল লোৱা এজন পুরুষ আপোনার সম্মুখত থিয় হৈ আছে; তেতিয়া যিহোচূৱাই তেওঁর ওচরলৈ গৈ সুধিলে, তুমি আমার পক্ষর নে, বা আমার শত্রুবোরর পক্ষর? [14] তাতে তেওঁ কলে, নহয়, ময় যিহো-ৱার বাহিনীবিলাকর সেনাপতি হৈ আহিলোঁ। তেতিয়া যিহোচূৱাই মাটিলৈ মুকৈ পড়ি প্রণি-পাত করি তেওঁক কলে, মোর প্রভুৱে আপোনার দাসক কি আজ্ঞা দিয়ে? [15] তাতে যিহোৱার বাহিনীবিলাকর সেনাপতিয়ে যিহোচূৱাক কলে, তোমার ভরির পরা আপোন জোতা সোলো-কোৱা; কিয়নো তুমি যি ঠাইত থিয় হৈ আছা, সেই ঠাই পবিত্র।

৬ তেতিয়া যিহোচূৱাই তাক করিলে। (সেই সময়ত ইস্রায়েলর সন্তানবিলাকর ভয়ত যিরীহো নগর একেবারে বন্ধ আছিল; ভিত-রলৈ কি বাহিরলৈ কোনেও ওলোৱা-সোমোৱা নকরিছিল।) [2] পাছে যিহোৱাই যিহোচূৱাক কলে, দেখা, ময় যিরীহোক, তার রজাক, আরু তার বলবান বীরপুরুষবিলাকক তোমার হাতত সমর্পণ করিলোঁ। [3] তোমালোক আটাই যুদ্ধারু লোকে নগরখন এবার ঘূরি তাক প্রদক্ষিণ করিবা, এই রূপে তুমি ছদিন করিবা। [4] আরু সাত জন পুরোহিতে চন্দুকর আগে আগে মহাশব্দকারী সাতোটা শিঙা লৈ যাব; পাছে

সপ্তম দিনা তোমালোকে সাত্‌বার নগরখন প্রদক্ষিণ করিবা, আরু পুরোহিতবিলাকে শিঙ্গা বজাব। 5 আরু যেতিয়া সিবিলাকে মহা-শব্দকারী শিঙ্গা দিঘলীয়াকৈ বজাব, আরু তোমালোকে শিঙ্গার শবদ শুনিবা, তেতিয়া সকলো লোকে মহাধ্বনি করিব; তাতে নগরর গড় মাটিরে সমান হৈ পড়িব, আরু প্রতিজন লোকে আপোনার মুখর পোনে পোনে উঠি যাব। 6 তেতিয়া নুনর পুত্র যিহোচূৱাই পুরোহিতবিলাকক মাতি আনি কলে, তোমা-লোকে নিয়ম-চন্দুক দাঙি লোৱা, আরু পুরো-হিত সাত জনে যিহোৱার চন্দুকর আগে আগে মহাশব্দকারী সাতোটা শিঙ্গা লৈ যাওক। 7 পাছে তেওঁ লোকবিলাকক কলে, তোমালোকে গৈ নগর প্রদক্ষিণ করা, আরু যুদ্ধলৈ সাজু হোৱা সৈন্য যিহোৱার চন্দুকর আগে আগে যাওক। 8 এই রূপে, যিহোচূৱাই লোকবিলাকক কলত, মহাশব্দকারী সাতোটা শিঙ্গা লৈ যোৱা পুরো-হিত সাত জনে যিহোৱার আগত শিঙ্গা বজাই বজাই যাবলৈ ধরিলে, আরু যিহোৱার নিয়ম-চন্দুক সিবিলাকর পাছে পাছে চলিল। 9 আরু রণলৈ সাজু হোৱা সৈন্য শিঙ্গা বজোৱা পুরোহিত-বিলাকর আগে আগে গল, আরু পাছত যোৱা দল চন্দুকর পাছে পাছে গল; যাওঁতে পুরো-হিতবিলাকে শিঙ্গা বজাই বজাই গল। 10 পাছে যিহোচূৱাই লোকবিলাকক আজ্ঞা করিলে, ময় তোমালোকক মহাধ্বনি করিবলৈ আজ্ঞা দিয়া দিন নোহোৱালৈকে, তোমালোকে ধ্বনি নক-রিবা, আরু আপোন আপোন মাত নুশুনাবা, তোমালোকর মুখর পরা কোনো কথা নোলা-ওক; সেই দিনাহে তোমালোকে ধ্বনি করিবা। 11 এই রূপে তেওঁ নগরর চারিওফালে যিহোৱার চন্দুক এবার প্রদক্ষিণ করালত, সিবিলাক ছাউনিলৈ আহি রাতি ছাউনিত থাকিল।

12 তার পাছদিনা যিহোচূৱা রাতিপুৱাতে উঠিল, আরু পুরোহিতবিলাকে যিহোৱার চন্দুক দাঙি ললে; 13 আরু মহাশব্দকারী সাতোটা শিঙ্গা লোৱা পুরোহিত সাত জনে যিহোৱার চন্দুকর আগে আগে শিঙ্গা বজাই বজাই গল, আরু রণলৈ সাজু হোৱা সৈন্য সিবিলাকর আগে আগে চলি গল, আরু পাছত যোৱা দলে যিহো-ৱার চন্দুকর পাছে পাছে গমন করিলে; পুরো-হিতবিলাকে যাওঁতে শিঙ্গা বজাই বজাই গল। 14 সিবিলাকে দ্বিতীয় দিনাও নগরখন এবার প্রদক্ষিণ করি ছাউনিলৈ উলটি আহিল; এই রূপে সিবিলাকে ছদিন করিলে। 15 পাছে সপ্তম দিনা, অরুণ উদয় হোৱা সময়ত সিবিলাকে সোনকালে উঠি, সাত্‌বার সেই একে রূপেই নগর প্রদক্ষিণ করিলে; কেৱল সেই দিনাহে নগরখন সাত্‌বার প্রদক্ষিণ করিলে। 16 পাছে সপ্তম-বারত পুরোহিতবিলাকে শিঙ্গা বজালত, যিহোচূৱাই লোকবিলাকক কলে, তোমালোকে মহাধ্বনি করা; কিয়নো যিহোৱাই তোমালোকক নগরখন দিলে। 17 কিন্তু নগর আরু তার ভিতরত থকা সকলোরেই যিহোৱার উদ্দেশে বর্জ্জিত হব; কেৱল রাহব বেশ্যা, আরু তাইর ঘরত তাইর লগত থকা আটাই লোক জীয়াই থাকিব; কিয়নো আমি পঠোৱা দূত কেইজনক তাই লুকুৱাই রাখিছিল। 18 তোমালোকে সেই বর্জ্জিত বস্তুর পরা আপোনাবিলাকক সাৱধানে রাখিবা; নহলে তাক বর্জ্জিত করার পাছে বর্জ্জিত বস্তুর কিছু ললে, তোমালোকে ইস্রা-য়েলর ছাউনিকো বর্জ্জিত করি দুঃখত পেলাবা। 19 সমুদায় রূপ আরু সোণ, আরু পিত্তল ও লোহার পাত্রবোর যিহোৱার উদ্দেশে পবিত্র হব; সেইবোরক যিহোৱার ভঁরাললৈ অনা হব। 20 তেতিয়া লোকবিলাকে ধ্বনি করিলে, আরু পুরোহিতবিলাকে শিঙ্গা বজালে; শিঙ্গার শবদ শুনি লোকবিলাকে মহাধ্বনি করিলে; তাতে নগরর গড় পড়ি মাটিরে সমান হলত, প্রতিজন লোকে আপোনার মুখর পোনে পোনে উঠি গৈ নগরত সোমাল, আরু সিবিলাকে নগর হাত করি ললে। 21 পাছে সিবিলাকে নগরর মটা, তিরুতা, লরা, বুঢ়া, আরু গরু, মের, গাধ আদি সকলোকে তরোৱালর ধাররে নিঃশেষে বিনষ্ট করিলে। 22 কিন্তু গুপুতে দেশর বুজ-বিচার লোৱা মানুহ দুজনক যিহোচূৱাই কলে, তোমা-লোকে সেই বেশ্যার ঘরত সোমাই, তিরুতা জনীর আগত তোমালোকে শপত করার দরে তাইক আরু তাইর সকলোকে উলিয়াই আনাগৈ। 23 তেতিয়া সেই ডেকা চোরাংচোৱা দুজনে সোমাই গৈ রাহবক আরু তাইর বাপেক, মাক,

আৰু ভাই ককাই আদি কৰি তাইৰ সম্পৰ্কীয় সকলোকে, আৰু আটাই জ্ঞাতি-কুটুম্বক উলিয়াই আনি, ইস্ৰায়েলৰ ছাউনিৰ বাহিৰত থলে। [২৪] তাৰ পাছে লোকবিলাকে নগৰ আৰু তাৰ ভিতৰত থকা সকলোকে জুইৰে পুৰি ভস্ম কৰিলে; কেৱল ৰূপ আৰু সোণ, আৰু পিত্তল ও লোহাৰ পাত্ৰবোৰ যিহোৱাৰ গৃহৰ ভঁৰালত থলে। [২৫] কিন্তু যিহোচূৱাই ৰাহব বেশ্যাক, আৰু তাইৰ বাপেকৰ বংশক, আৰু তাইৰ সকলোকে জীয়াই ৰাখিলে; তাই আজিলৈকে ইস্ৰায়েলৰ মাজত বাস কৰিছে; কিয়নো, গুপুতে যিৰীহোৰ বুজ-বিচাৰ লৈ আহিবলৈ যিহোচূৱাই পঠোৱা দূত কেইজনক তাই লুকুৱাই ৰাখিছিল। [২৬] সেই সময়ত যিহোচূৱাই শপথ কৰি লোকবিলাকক কলে, যি কোনোৱে উঠি পুনৰায় এই যিৰীহো নগৰ নিৰ্ম্মাণ কৰিব, সি যিহোৱাৰ সাক্ষাতে শাপগ্ৰস্ত হওক; সি ভিত্তিমূল স্থাপন কৰি দণ্ডস্বৰূপে বড় পুতেকক, আৰু তাৰ দুৱাৰ লগাই দণ্ডস্বৰূপে সৰু পুতেকক দিব। [২৭] এই ৰূপে যিহোৱা যিহোচূৱাৰ লগত আছিল, আৰু তেওঁৰ যশস্যা গোটেই দেশত ব্যাপি গল।

অয়ৰ আগত ইস্ৰায়েল ঘটা। আখনৰ দোষ আৰু তাৰ দণ্ড।

৭ কিন্তু ইস্ৰায়েলৰ সন্তানবিলাকে বৰ্জ্জিত বস্তুৰ বিষয়ে অপৰাধ কৰিলে; কিয়নো যিহূদা ফৈদৰ জেৰহৰ পৰিনাতি, জব্দীৰ নাতি, কৰ্ম্মীৰ পুতেক আখনে বৰ্জ্জিত বস্তুৰ কিছু নিলে; তাতে ইস্ৰায়েলৰ সন্তানবিলাকৰ ওপৰত যিহোৱাৰ ক্ৰোধ জ্বলি উঠিল।

[২] ইয়াৰ ভিতৰত যিহোচূৱাই যিৰীহোৰ পৰা বৈৎ-এলৰ পূবফালে থকা, বৈৎ-আবনৰ ওচৰৰ অয়লৈ মানুহ পঠাই কলে, তোমালোকে উঠি গৈ, গুপুতে দেশৰ বুজ-বিচাৰ লৈ আহাঁগৈ; তাতে উঠি সিবিলাকে অয়ৰ বুজ-বিচাৰ ললেগৈ। [৩] পাছে সিবিলাকে যিহোচূৱাৰ গুৰিলৈ উলটি আহি কলে, তালৈ আটাইবোৰ মানুহ যাব নেলাগে; দুই বা তিনি হাজাৰমান লোকে উঠি গৈ অয়ক পৰাজয় কৰোক; তালৈ আটাইবোৰ মানুহক পঠাই কষ্ট দিব নেলাগে; কিয়নো সিহঁত অলপ মাথোন। [৪] এই হেতুকে লোকবিলাকৰ মাজৰ পৰা তিনি হাজাৰমান লোক সেই ঠাইলৈ উঠি গল; কিন্তু সিবিলাক অয়ৰ মানুহবিলাকৰ আগৰ পৰা পলাল। [৫] আৰু অয়ৰ মানুহবিলাকে সিবিলাকৰ ছয়ত্ৰিশ জনমান লোকক মাৰিলে, আৰু সিহঁতে নগৰৰ দুৱাৰৰ আগৰ পৰা চবাৰীমলৈকে খেদি নিলে, আৰু নামি যোৱা বাটত সিবিলাকক প্ৰহাৰ কৰিলে; তাতে লোকবিলাকৰ হৃদয় ভয়ত পমি পানী যেন হল। [৬] তেতিয়া যিহোচূৱাই আৰু ইস্ৰায়েলৰ বৃদ্ধ লোকবিলাকে আপোন আপোন কাপৰ ফালি, যিহোৱাৰ চন্দুকৰ আগত তললৈ মুখ কৰি সন্ধ্যালৈকে মাটিত পড়ি থাকিল, আৰু আপোন আপোন মূৰত ধূলি ছটিয়ালে। [৭] পাছে যিহোচূৱাই কলে, হায় হায়, হে প্ৰভু যিহোৱা, আমাক বিনষ্ট কৰাবৰ অৰ্থে ইমোৰীয়াবিলাকৰ হাতত আমাক সোধাই দিবলৈ, তুমি কেলেই এই লোকবিলাকক যৰ্দ্দন পাৰ কৰি আনিলা? আমি ক্ষান্ত হৈ যৰ্দ্দনৰ সিপাৰে থকা হলেই কেনে ভাল আছিল! [৮] হে প্ৰভো, ইস্ৰায়েলে আপোন শত্ৰুবোৰলৈ পিঠি দিয়াত, এতিয়া ময় কি কম? [৯] কিয়নো কনানীয়া আদি এই দেশ-নিবাসী আটাই লোকে এই কথা শুনি আমাক বেৰি ধৰিব, আৰু পৃথিবীৰ পৰা আমাৰ নাম লুপ্ত কৰিব; তাতে তোমাৰ মহান নামৰ নিমিত্তে তুমি কি কৰিবা? [১০] তেতিয়া যিহোৱাই যিহোচূৱাক কলে, উঠা, তুমি তললৈ মুখ কৰি মাটিত কেলেই পড়ি আছা? [১১] ইস্ৰায়েলে পাপ কৰিলে, ময় সিবিলাকক আজ্ঞা কৰা নিয়মটীও লঙ্ঘন কৰিলে; সিবিলাকে বৰ্জ্জিত বস্তুৰ পৰাই কিছু ললে, চুৰো কৰিলে, ভাওনাও কৰিলে, আৰু আপোনাবিলাকৰ বস্তুৰ মাজতো তাক ৰাখিলে। [১২] এই নিমিত্তে ইস্ৰায়েলৰ সন্তানবিলাকে শত্ৰুবোৰৰ আগত থিয় হব নোৱাৰি শত্ৰুবোৰলৈ পিঠি দিয়ে, কিয়নো সিহঁত বৰ্জ্জিত হল; তোমালোকে সেই বৰ্জ্জিত বস্তু বিনষ্ট কৰি আপোনাবিলাকৰ মাজৰ পৰা দূৰ নকৰিলে, ময় তোমালোকৰ লগত আৰু নেথাকিম। [১৩] উঠা, লোকবিলাকক পবিত্ৰ কৰা; তুমি কোৱা, তোমালোকে কালিৰ নিমিত্তে আপোনাবিলাকক পবিত্ৰ কৰা; কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা

কৈছে, হে ইস্ৰায়েল, তোমাৰ মাজত বৰ্জ্জিত বস্তু আছে; আপোনাবিলাকৰ মাজৰ পৰা সেই বৰ্জ্জিত বস্তু দূৰ নকৰামানে, তুমি আপোনাৰ শত্ৰুবোৰৰ আগত থিয় হব নোৱাৰিবা। [১৪] এতেকে ৰাতিপুৱাতে তোমালোকক আপোন আপোন ফৈদ অনুসাৰে অনা হব; তাতে, চিঠিখেলেৰে যিহোৱাই যি ফৈদক ধৰিব, সেই ফৈদৰ এক এক গোষ্ঠী চাপি আহিব; আৰু যিহোৱাই যি গোষ্ঠীক ধৰিব, তাৰ এক এক পৰিয়াল চাপি আহিব; আৰু যিহোৱাই যি পৰিয়ালক ধৰিব, তাৰ এজন এজন পুৰুষ চাপি আহিব। [১৫] তাতে, বৰ্জ্জিত বস্তু লোৱা যি জন ধৰা পৰিব, তাক আৰু তাৰ সকলোকে জুইত পোৰা যাব; কিয়নো সি যিহোৱাৰ নিয়মটী লঙ্ঘন কৰি, ইস্ৰায়েলৰ মাজত অজ্ঞানৰ কৰ্ম্ম কৰিলে।

[১৬] পাছে যিহোচূৱাই ৰাতিপুৱাতে উঠি ইস্ৰায়েলক আপোন আপোন ফৈদ অনুসাৰে অনালে; তাতে যিহূদা ফৈদ ধৰা পৰিল। [১৭] আৰু যিহূদাৰ গোষ্ঠীবিলাকক অনালত, জেৰহৰ গোষ্ঠী ধৰা পৰিল; পাছে জেৰহৰ গোষ্ঠীক পুৰুষ অনুসাৰে অনালত, জব্দী ধৰা পৰিল। [১৮] পাছত তাৰ পৰিয়ালৰ এক এক পুৰুষ অনা হলত, যিহূদা ফৈদৰ জেৰহৰ পৰিনাতি, জব্দীৰ নাতি কৰ্ম্মীৰ পুতেক আখন ধৰা পৰিল। [১৯] তেতিয়া যিহোচূৱাই আখনক কলে, বোপা, বিনয় কৰোঁ, তুমি ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ মহিমা স্বীকাৰ কৰা, আৰু তেওঁৰ আগত সৈ কাঢ়া, আৰু তুমি কি কৰিলা, মোক কোৱা, মোৰ পৰা তাক নুলুকুৱাবা। [২০] তাতে আখনে উত্তৰ দি যিহোচূৱাক কলে, স্বৰূপেই ময় ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ অহিতে পাপ কৰিলোঁ, ময় এনে তেনে কাৰ্য্য কৰিলোঁ; [২১] লুট-দ্ৰব্যৰ মাজৰ এটা উত্তম বাবিলীয়া জামা, দুশ চেকল ৰূপ, আৰু পঞ্চাশ চেকল জোখৰ জিবাৰ আকৃতিৰ এচটা সোণ দেখি, লোভতে ময় সেইবোৰ ললোঁ; দেখা, সেইবোৰ মোৰ তাম্বুৰ ভিতৰত মাটিত পোতা আছে, আৰু সেইবোৰৰ তলতে ৰূপো আছে। [২২] তাতে যিহোচূৱাই দূত পঠালত, সিবিলাকে তাৰ তাম্বুৰ ভিতৰলৈ লৰি গল; আৰু দেখা, সেই বস্তু তাৰ তাম্বুৰ ভিতৰত পোতা আছে, আৰু সেইবোৰৰ তলত ৰূপো আছে। [২৩] তেতিয়া সিবিলাকে তাম্বুৰ ভিতৰৰ পৰা সেই বস্তুবোৰ লৈ যিহোচূৱাৰ আৰু ইস্ৰায়েলৰ সকলো সন্তানৰ ওৰিলৈ আনি যিহোৱাৰ আগত সেইবোৰ থলে। [২৪] পাছে যিহোচূৱা আৰু তেওঁৰ সৈতে গোটেই ইস্ৰায়েলে জেৰহৰ সন্তান সেই আখনক, আৰু সেই ৰূপ, জামা, আৰু সোণৰ জিবা, আৰু তাৰ পুতেক, জীয়েক, গৰু, গাধ, মেৰ, আৰু তাম্বু আদি তাৰ সকলোকে লৈ, আখোৰ উপত্যকালৈ আনিলে। [২৫] পাছে যিহোচূৱাই কলে, তুমি আমাক কিয় দুঃখত পেলালা? আজি যিহোৱাই তোমাকো দুঃখত পেলাব; পাছে গোটেই ইস্ৰায়েলে শিল দলিয়াই তাক বধ কৰিলে, আৰু সকলোকে জুইত পুৰিলে; [২৬] আৰু সকলোৰে ওপৰলৈ শিল দলিয়াই দলিয়াই, তাৰ ওপৰত বড় দ'ম কৰিলে; শিলৰ সেই দ'ম আজিলৈকে আছে। তাতে যিহোৱা আপোন প্ৰচণ্ড ক্ৰোধৰ পৰা ক্ষান্ত হল। এই নিমিত্তে সেই ঠাই আখোৰ উপত্যকা বুলি আজিলৈকে বিখ্যাত আছে।

অয়ক হাত কৰি লোৱা, আৰু তাৰ বিনাশ।
আশীৰ্ব্বাদ আৰু শাও প্ৰকাশ কৰা।

**৮** পাছে যিহোৱাই যিহোচূৱাক কলে, তুমি ভয় নকৰিবা আৰু ব্যাকুল নহবা; সকলো যুদ্ধাৰু লোকক লগত লোৱা, উঠা, অয়লৈ যাত্ৰা কৰা; দেখা, ময় অয়ৰ ৰজাক, তাৰ প্ৰজাবিলাকক, তাৰ নগৰ, আৰু তাৰ দেশ তোমাৰ হাতত সোধাই দিলোঁ। [২] তুমি যিৰীহো আৰু তাৰ ৰজালৈ যি ৰূপে কৰিলা, অয়লৈ আৰু তাৰ ৰজালৈকো সেই ৰূপে কৰিবা, কেৱল তাৰ লুট-দ্ৰব্য আৰু পশু তোমালোকে আপোনাবিলাকৰ নিমিত্তে লুট কৰি লবা; তুমি নগৰৰ বিৰুদ্ধে তাৰ পাছফালে এদল সৈন্য লুকুৱাই ৰাখিবা। [৩] তেতিয়া যিহোচূৱা আৰু সকলো যুদ্ধাৰু পুৰুষ অয়লৈ যাবলৈ উঠিল, আৰু যিহোচূৱাই ত্ৰিশ হাজাৰ বলবান বীৰপুৰুষ বাচি লৈ, ৰাতিয়েই সিবিলাকক পঠাই দিলে। [৪] আৰু তেওঁ সিবিলাকক এই আজ্ঞা কৰিলে, দেখা, তোমালোক নগৰৰ বিৰুদ্ধে তাৰ পাছফালে লুকাই থাকিবা; নগৰৰ পৰা অতি দূৰলৈ

নেযাবা, কিন্তু তোমালোক সকলোৱে যুঁজতে থাকিবা। ৫ ময় আৰু মোৰ লগৰ সকলো লোকবিলাক নগৰৰ ওচৰলৈ যাম; তাতে, যেতিয়া সিহঁতে পূৰ্ব্বৰ দৰে আমাৰ বিৰুদ্ধে ওলাই আহিব, তেতিয়া আমি সিহঁতৰ আগৰ পৰা পলাম; ৬ পাছে সিহঁতে বাহিৰ ওলাই আমাৰ পাছে পাছে খেদি আহিব, শেষত আমি সিহঁতক নগৰৰ পৰা দূৰৈলৈ নিম; কিয়নো সিহঁতে কব, ইহঁতে আগৰ নিচিনাকৈ আমাৰ পৰা পলাইছে; এই ৰূপে আমি সিহঁতৰ আগৰ পৰা পলাম। ৭ কিন্তু তোমালোকে হলে লুকাই থকা ঠাইৰ পৰা ওলাই নগৰ হাত কৰি লবা; কিয়নো তোমালোকৰ ঈশ্বৰ যিহোৱাই তাক তোমালোকৰ হাতত সোধাই দিব। ৮ তোমালোকে নগৰ হাত কৰি লোৱামাত্রে নগৰত জুই লগাই দিবা; যিহোৱাই আজ্ঞা কৰাৰ দৰে কাৰ্য্য কৰিবা। দেখা, ময় তোমালোকক আজ্ঞা কৰিলোঁ। ৯ এই ৰূপে, যিহোচূৱাই সিবিলাকক পঠালত, সিবিলাকে গৈ অয়ৰ পশ্চিমে বৈৎ-এলৰ আৰু অয়ৰ মাজ ঠাইত লুকাই থাকিল; কিন্তু যিহোচূৱাই লোকবিলাকৰ মাজত সেই ৰাতি নিয়ালে।

১০ পাছে যিহোচূৱাই ৰাতিপুৱাতে উঠি লোকবিলাকক গণনা কৰিলে, আৰু তেওঁ ইস্রায়েলৰ বৃদ্ধ লোকবিলাকে সৈতে লোকবিলাকৰ আগে আগে অয়লৈ যাত্রা কৰিলে। ১১ আৰু তেওঁৰ লগত থকা সকলো যুদ্ধাৰু লোক উঠি গৈ, ওচৰ চাপি নগৰৰ সম্মুখত উপস্থিত হৈ, অয়ৰ উত্তৰফালে ছাউনি পাতিলে; তেওঁৰ আৰু অয়ৰ মাজতে এক উপত্যকা আছিল। ১২ তেওঁ পাঁচ হাজাৰমান লোক লৈ নগৰৰ পশ্চিমফালে বৈৎ-এল আৰু অয়ৰ মাজত লুকুৱাই ৰাখিছিল। ১৩ এই ৰূপে লোকবিলাকক অৰ্থাৎ নগৰৰ উত্তৰফালে থকা গোটেই ছাউনিক, আৰু নগৰৰ পশ্চিমফালে লুকাই থকা দলক স্থাপন কৰা হলত, যিহোচূৱাই সেই ৰাতি উপত্যকাৰ মাজলৈ গমন কৰিলে। ১৪ তেতিয়া, অয়ৰ ৰজাই তাকে দেখামাত্রে, নগৰত থকা মানুহবিলাকে, ৰজা আৰু তেওঁৰ সকলো প্রজাবিলাকে ৰাতিপুৱাতে বেগাই উঠি, ইস্রায়েলৰ লগত যুদ্ধ কৰিবলৈ, অৰাবাৰ সম্মুখত থকা নিৰূপিত ঠাইলৈ ওলাই গল; কিন্তু তেওঁৰ বিৰুদ্ধে নগৰৰ পাছফালে যে এদল সৈন্য লুকাই আছিল, তাক তেওঁ নেজানিলে। ১৫ পাছে যিহোচূৱা আৰু আটাই ইস্রায়েলে সিহঁতৰ আগত আপোনাবিলাকক ঘটা যেন দেখুৱাই অৰণ্যৰ বাটেদি পলাই গল। ১৬ তাতে, সিবিলাকৰ পাছে পাছে খেদি যাবৰ নিমিত্তে নগৰত থকা সকলো লোকক গোট খাবলৈ মতা হল, আৰু সিহঁতে যিহোচূৱাৰ পাছে পাছে খেদি যোৱাত, সিহঁতক নগৰৰ পৰা দূৰৈলৈ নিয়া হল। ১৭ আৰু ইস্রায়েলৰ পাছত নোযোৱাকৈ অয় আৰু বৈৎ-এলত এজন লোকো অৱশিষ্ট নেথাকিল; আৰু নগৰৰ দুৱাৰ মুকলিকৈ এৰি, সকলোৱে ইস্রায়েলৰ পাছত খেদি গল। ১৮ তেতিয়া যিহোৱাই যিহোচূৱাক কলে, তোমাৰ হাতত থকা জাঠিপাত অয়ৰ ফাললৈ দাঙা; কিয়নো সেই নগৰ ময় তোমাৰ হাতত দিম। তাতে যিহোচূৱাই আপোনাৰ হাতত থকা জাঠিপাত নগৰৰ ফাললৈ দাঙিলে। ১৯ তেওঁ হাত দঙামাত্রে লুকাই থকা সৈন্যদলে আপোন ঠাইৰ পৰা বেগাই ওলাই লৰি গৈ নগৰত সোমাই নগৰখন হাত কৰি ললে, আৰু তেতিয়াই জুই লগাই দিলে। ২০ পাছে অয়ৰ লোকবিলাকে পাছফাললৈ চাই নগৰৰ ধুঁৱা আকাশলৈ উঠা দেখিলে; তাতে, সিবিলাকে ইফালে সিফালে কোনো ফালে পলাবলৈ একো উপায় নেপালে; আৰু অৰণ্যলৈ পলাই যোৱা লোকবিলাকে খেদি যোৱাবোৰলৈ ঘূৰি সিহঁতক আক্রমণ কৰিলে, ২১ অৰ্থাৎ যেতিয়া যিহোচূৱাই আৰু গোটেই ইস্রায়েলে দেখিলে, যে, লুকাই থকা সৈন্যদলে নগৰ হাত কৰি ললে, আৰু নগৰৰ ধুঁৱা উঠিছে, তেতিয়া সিবিলাকে ঘূৰি অয়ৰ লোকবিলাকক আঘাত কৰিলে। ২২ আৰু অন্য দলে নগৰৰ পৰা ওলাই সিহঁতৰ বিৰুদ্ধে আহিল; এই ৰূপে সিহঁত ইস্রায়েলৰ মাজত পৰিল; এফালে এদল, আনফালে সিদল আছিল; তাতে সিবিলাকে সিহঁতক এনেকৈ আঘাত কৰিলে, যে, সিহঁতৰ এটাকো অৱশিষ্ট বা জীয়াই নেৰাখিলে। ২৩ কিন্তু সিবিলাকে অয়ৰ ৰজাক জীয়াই জীয়াই ধৰি, যিহোচূৱাৰ ওচৰলৈ আনিলে। ২৪ পাছে, যেতিয়া ইস্রায়েলে নগৰৰ বাহিৰত, অৰণ্য-নিবাসী-

বিলাকে সিবিলাকৰ পাছে পাছে খেদি যোৱা অৰণ্যত, সিহঁত আটাইকে বধ কৰি এঁটালে, আৰু সিহঁত আটাইবোৰ তৰোৱালৰ ধাৰত নিঃশেষে পতিত হল, তেতিয়া গোটেই ইস্ৰায়েলে অয়লৈ উলটি আহি তাৰ লোকবিলাককো তৰোৱালেৰে বধ কৰিলে। [২৫] সেই দিনা অয়-নিবাসী আটাইবোৰ লোক অৰ্থাৎ তিৰুতা মতা আদি বাৰ হাজাৰ লোক মৰা পৰিল। [২৬] কিয়নো অয়-নিবাসী সকলোকে যেতিয়ালৈকে নিঃশেষে বিনষ্ট কৰা নহল, তেতিয়ালৈকে যিহোচূৱাই আপোনাৰ জাঠি দণ্ডা হাত নোকোঁচালে। [২৭] যিহোচূৱাক আদেশ কৰা যিহোৱাৰ বাক্য অনুসাৰে ইস্ৰায়েলে কেৱল সেই নগৰৰ পশু আৰু লুটদ্ৰব্যবোৰ আপোনাবিলাকৰ নিমিত্তে ললে। [২৮] এই ৰূপে অয়ক যিহোচূৱাই জুই লগাই পুৰি, চিৰকলীয়া এক ভগ্নৰাশি আৰু ধ্বংসস্থান কৰিলে; সেয়ে আজিলৈকে আছে। [২৯] পাছে তেওঁ অয়ৰ ৰজাক সন্ধ্যালৈকে কাঠ এডালত অৰাই ৰাখিলে, আৰু সূৰ্য্য মাৰ যোৱা সময়ত, যিহোচূৱাৰ আজ্ঞাৰে মানুহে কাঠডালৰ পৰা শৱটো নমাই নগৰৰ দুৱাৰ-মুখত পেলাই, তাৰ ওপৰত শিলৰ এক ডাঙৰ দ'ম কৰিলে; সেই দ'ম আজিলৈকে আছে।

[৩০] সেই কালত যিহোচূৱাই এবল পৰ্ব্বতত ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে; [৩১] যিহোৱাৰ দাস মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকক দিয়া আজ্ঞা অনুসাৰে, ব্যৱস্থা-পুস্তকত লিখা আদেশ অনুসাৰে, যি শিলৰ ওপৰত কোনেও অস্ত্ৰ দণ্ডা নাই, এনে নকটা শিলৰ যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে, আৰু সিবিলাকে তাৰ ওপৰত যিহোৱাৰ উদ্দেশে হোম-বলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিলে। [৩২] সেই ঠাইত তেওঁ সেই শিলবোৰৰ ওপৰত মোচিৰ ব্যৱস্থাৰ এখন নকল লিখিলে, তাক ইস্ৰায়েলৰ সন্তানবিলাকৰ সাক্ষাতেই লিখিলে। [৩৩] আৰু ইস্ৰায়েল লোকবিলাকক সৰ্ব্বপ্ৰথমে আশীৰ্ব্বাদ কৰিবলৈ, যিহোৱাৰ দাস মোচিয়ে যেনেকৈ আদেশ কৰিছিল, তেনেকৈ গোটেই ইস্ৰায়েল, সিবিলাকৰ বৃদ্ধ লোকবিলাক, বিষয়াবিলাক, আৰু সিবিলাকৰ বিচাৰকৰ্ত্তাবিলাক আদি কৰি স্বদেশীয় কি পৰদেশীয় সকলো লোক চন্দুকৰ ইফালে সিফালে যিহোৱাৰ নিয়ম-চন্দুক বৈ নিওঁতা লেবীয়া পুৰোহিতবিলাকৰ আগত থিয় হল; সিবিলাকৰ এভাগ গৰিজ্জীম পৰ্ব্বতৰ কালে আন ভাগ এবল পৰ্ব্বতৰ ফালে আছিল। [৩৪] পাছে, ব্যৱস্থা-পুস্তকত যি যি লিখা আছিল, তাৰ দৰে তেওঁ ব্যৱস্থাৰ সকলো বাক্য, আশীৰ্ব্বাদ আৰু শাও পাঠ কৰিলে। [৩৫] মোচিয়ে যি সকলো আদেশ কৰিছিল, ইস্ৰায়েলৰ গোটেই সমাজৰ, তিৰুতাবিলাকৰ, লৰা-ছোৱালীবিলাকৰ, আৰু সিবিলাকৰ মাজত থকা বিদেশীবিলাকৰ আগত সেই সকলো বাক্যৰ এটা কথাও যিহোচূৱাই পাঠ নকৰাকৈ নেৰিলে।

গিবিয়োনীয়াবিলাকৰ ছল, আৰু সিহঁত ৰক্ষা পোৱা।

৯ যৰ্দ্দনৰ সিপাৰে থকা সকলো ৰজাবিলাকে, পৰ্ব্বতীয়া অঞ্চলত আৰু নিম্নভূমিত বসতি কৰা, আৰু লিবানোনৰ সম্মুখলৈকে মহাসমুদ্ৰৰ গোটেই পাৰত বসতি কৰা হিত্তীয়া, ইমোৰীয়া, কনানীয়া, পৰিজ্জীয়া, হিব্বীয়া, আৰু যিবূচীয়াৰ ৰজাবিলাকে এই কথা শুনি, [২] সকলোৱে একে মনেৰে যিহোচূৱাৰ আৰু ইস্ৰায়েলৰ লগত যুদ্ধ কৰিবলৈ গোট খালে।

[৩] কিন্তু, যিৰীহো আৰু অয়লৈ যিহোচূৱাই কৰা কাৰ্য্যবোৰৰ কথা যেতিয়া গিবিয়োন-নিবাসীবিলাকে শুনিলে, [৪] তেতিয়া সিহঁতে ছল কৰিলে, অৰ্থাৎ সিহঁতে ৰজাৰ কটকীৰ বেশ ধৰি, আপোন আপোন গাধবোৰৰ ওপৰত পুৰণি বৈলা, আৰু দ্ৰাক্ষাৰস ৰখা পুৰণি ফটাচিটা, আৰু গাঁঠি দিয়া ছালৰ মোটবোৰ বোজাই দিলে; [৫] আৰু তৰিত তাপলি মৰা পুৰণি জোতা, গাত পুৰণি কাপৰ পিন্ধিলে, আৰু সিহঁতে বাটৰ নিমিত্তে লোৱা আটাই পিঠা শুকান আৰু ভেঁকুৰা লগা আছিল। [৬] পাছে সিহঁতে গিল্গলত থকা ছাউনিলৈ যিহোচূৱাৰ ওৰিলৈ গৈ, তেওঁক আৰু ইস্ৰায়েল লোকবিলাকক কলে, আমি দূৰ দেশৰ পৰা আহিছোঁ; এতেকে তোমালোকে এতিয়া আমাৰে সৈতে এটা নিয়ম স্থিৰ কৰা। [৭] তাতে ইস্ৰায়েল

লোকবিলাকে সেই হিব্বীয়াইতক কলে, কিজানি তহঁতে আমার মাজতে আছ? সেয়ে হলে আমি তহঁতে সৈতে কি রূপে নিয়ম স্থির করিব পারোঁ? ৮ তাতে সিহঁতে যিহোচূৱাক কলে, আমি আপোনার বন্দী! তেতিয়া যিহোচূৱাই সুধিলে, তহঁত কোন? ৯ ক'র পরা আহিছ? তাতে সিহঁতে তেওঁক কলে, আপোনার ঈশ্বর যিহোৱার নাম শুনি আপোনার বন্দীবোর বহুৎ দূর দেশর পরা আহিছোঁ; কিয়নো তেওঁর যশস্যা, আরু মিচর দেশত করা তেওঁর সকলো কর্ম্ম, ১০ আরু যর্দ্দনর সিপারর ইমোরীয়া রজা দুজনলৈ, অর্থাৎ হিচ্বোনর রজা চীহোনলৈ, আরু অষ্টারোতত থকা বাচানর রজা ওগলৈ তেওঁ করা সকলো কার্য্যর কথা আমি শুনিলোঁ। ১১ তাতে আমার বৃদ্ধসকলে আরু আমার দেশ-নিবাসী আটাই লোকে আমাক কলে, তোমা-লোকে হাতত বাটর সমল লৈ, সিবিলাকে সৈতে সাক্ষাৎ করিবলৈ গৈ, সিবিলাকক এই কথা কোৱাগৈ, আমি আপোনাবিলাকর বন্দী; এই হেতুকে এতিয়া আপোনালোকে আমারে সৈতে এটা নিয়ম স্থির করোক। ১২ আমি আপোনালোকর গুরিলৈ যাত্রা করিবর নিমিত্তে ওলোৱা দিনা, বাটর অর্থে আমার এই যি পিঠা ঘরর পরা তপতে লৈছিলোঁ, এইয়া দেখা, শুকাল, আরু ভেঁকুরিলে; ১৩ আরু এই যি মোটবোরত আমি দ্রাক্ষারস ভরাইছিলোঁ, এই-বোর নতুন আছিল, কিন্তু দেখা, এতিয়া এই-বোর ফাটিল, আরু আমার এই কাপর আরু জোতা অতি দূরৈ বাটর কারণে পুরণী হৈ গল। ১৪ তেতিয়া লোকবিলাকে যিহোৱার কি ইচ্ছা, তাক নুসুধি, সিহঁতর খোৱা বস্তুর কিছু ললে। ১৫ আরু যিহোচূৱাই সিহঁতে সৈতে সন্ধি স্থাপন করি, সিহঁতে যেন জীয়ে, এনে নিয়ম করিলে, আরু মণ্ডলীর অধ্যক্ষবিলাকে সিহঁতর আগত শপথ করিলে। ১৬ এই রূপে সিহঁতে সৈতে নিয়ম স্থাপন করার তিন দিনর পাছে, সিহঁত যে সিবিলাকর ওচরত থকা লোক, আরু সিবি-লাকর মাজতে বাস করিছে, তাক সিবিলাকে শুনিবলৈ পালে। ১৭ পাছে ইস্রায়েলর সন্তান-বিলাকে যাত্রা করি তৃতীয় দিনা সিহঁতর নগর-বোরর ওচর পালেগৈ; সেই নগরবোরর নাম এই এই, গিবিয়োন, কফীরা, বেরোৎ, আরু কিরিয়ৎ-যিয়ারীম। ১৮ মণ্ডলীর অধ্যক্ষবিলাকে ইস্রায়েলর ঈশ্বর যিহোৱার নামেরে সিহঁতর আগত শপথ করার কারণে, ইস্রায়েলর সন্তান-বিলাকে সিহঁতক বধ নকরিলে। আরু গোটেই মণ্ডলীয়ে অধ্যক্ষবিলাকর অহিতে বকিবলৈ ধরিলে। ১৯ কিন্তু আটাই অধ্যক্ষবিলাকে মণ্ড-লীর সকলোকে কলে, আমি সিহঁতলৈ ইস্রা-য়েলর ঈশ্বর যিহোৱার নামেরে শপথ করিলোঁ; এই কারণে আমি এতিয়া সিহঁতক চুব নোৱারোঁ। ২০ আমি সিহঁতর আগত যি শপথ করিলোঁ, আমি তাকে করিম; আমি সিহঁতক জীয়াই রাখিম, নহলে, সিহঁতর আগত শপথ করার কারণে আমালৈ ক্রোধ জন্মিব। ২১ এতেকে মণ্ডলীর অধ্যক্ষবিলাকে সিবিলাকক কলে, সিহঁত জীয়াই থাকোক; তাতে সিবিলাকক কোৱা অধ্যক্ষবিলাকর বাক্য অনুসারে সিহঁত গোটেই মণ্ডলীর খরি-কটীয়া আরু পানী-যোগনিয়ার হল। ২২ পাছে যিহোচূৱাই সিহঁতক মাতি আনি কলে, তহঁতে আমার মাজতে থাকিও, আমি তোমালোকর পরা বহু দূরৈত আছোঁ, এই বুলি কৈ, কেলেই আমাক প্রবঞ্চনা করি-লিহঁক? ২৩ এই নিমিত্তে তহঁত শাপগ্রস্ত হলি; তহঁতে মোর ঈশ্বর যিহোৱার গৃহর নিমিত্তে খরি-কটীয়া আরু পানী-যোগনিয়ার বন্দী-কামর পরা কেতিয়াও মুক্তি নেপাবি। ২৪ তাতে সিহঁতে যিহোচূৱাক উত্তর দি কলে, আপোনা-লোকক গোটেই দেশ দিবলৈ, আরু আপোনা-লোকর আগর পরা দেশ-নিবাসী সকলো লোকক বিনষ্ট করিবলৈ আপোনালোকর ঈশ্বর যিহোৱাই আপোন দাস মোচিক আজ্ঞা দিয়ার সম্বাদ আপোনার এই বন্দীহঁতর আগত নিশ্চয় করি দিয়া হল; এই হেতুকে আমি আপোনা-লোকর কারণে প্রাণর ভয়ত অতিশয় ভয় পাই এই কার্য্য করিলোঁ। ২৫ এতিয়া দেখোক, আমি আপোনার হাতত আছোঁ; আমালৈ যি করিবলৈ ভাল আরু ন্যায় যেন আপোনার বোধ হয়, আপুনি তাকেই করোক। ২৬ পাছে তেওঁ সিহঁতলৈ তাকেই করি, ইস্রায়েলর সন্তান-বিলাকর হাতর পরা সিহঁতক রক্ষা করিলে; তাতে সিবিলাকে সিহঁতক বধ নকরিলে।

২৭ আৰু যিহোৱাই যি ঠাই মনোনীত কৰিব, সেই ঠাইত মণ্ডলীৰ আৰু যিহোৱাৰ যজ্ঞবেদিৰ নিমিত্তে খৰি-কটীয়া আৰু পানী-যোগনিয়াৰ হবলৈ, যিহোচূৱাই সেই দিনা সিহঁতক নিযুক্ত কৰিলে ; আজিলৈকে সিহঁত সেই ৰূপেই আছে।

### কনানৰ দক্ষিণ ভাগ পৰাজয় কৰা।

১০ পাছে, যিৰূচালেমৰ আদোনীচেদক ৰজাই যেতিয়া শুনিলে, যে, যিহোচূৱাই অয়ক হাত কৰি তাক নিঃশেষে বিনষ্ট কৰিলে, যিৰীহো আৰু তাৰ ৰজালৈ যি ৰূপে কৰিছিল, অয় আৰু তাৰ ৰজালৈকো সেই ৰূপে কৰিলে, আৰু গিবিয়োন-নিবাসীবিলাকে ইস্ৰায়েলে সৈতে সন্ধি স্থাপন কৰি সিবিলাকৰ মাজত থকা হল, তেতিয়া তেওঁ আৰু তেওঁৰ প্ৰজাবিলাকে অতিশয় ভয় পালে ; ২ কিয়নো গিবিয়োন ৰাজধানীৰ নিচিনা এখন ডাঙৰ নগৰ, অয়ত্কৈয়ো বড়, আৰু তাৰ লোকবিলাকো বীৰপুৰুষ। ৩ এই হেতুকে যিৰূচালেমৰ আদোনীচেদক ৰজাই হিব্ৰোণৰ হোহম ৰজাৰ, যৰ্মূতৰ পিৰাম ৰজাৰ, লাখীচৰ যাফীয়া ৰজাৰ, আৰু ইগ্লোনৰ দবীৰ ৰজাৰ ওৰিলৈ মানুহ পঠাই এই কথা কলে, ৪ আহাঁ, মোৰ লগলৈ আহি মোক সহায় কৰা, আমি গিবিয়োনীয়াহঁতক আঘাত কৰোঁগৈ ; কিয়নো সিহঁতে যিহোচূৱা আৰু ইস্ৰায়েলৰ সন্তানবিলাকে সৈতে সন্ধি পাতিলে। ৫ তাতে যিৰূচালেমৰ ৰজা, হিব্ৰোণৰ ৰজা, যৰ্মূতৰ ৰজা, লাখীচৰ ৰজা, আৰু ইগ্লোনৰ ৰজা, ইমোৰীয়াবিলাকৰ এই পাঁচ জন ৰজাই গোট খাই, আপোন আপোন সকলো সৈন্যে সৈতে ওলাই গৈ, গিবিয়োনৰ সম্মুখত ছাউনি পাতি তাৰ বিৰুদ্ধে যুদ্ধ কৰিলে। ৬ তাতে গিবিয়োনৰ লোকবিলাকে গিল্গলৰ ছাউনিলৈ যিহোচূৱাৰ ওৰিলৈ মানুহ পঠাই কলে, আপুনি আপোনাৰ এই বন্দীবিলাকৰ পৰা হাত নোকোঁচাব, আমাৰ ওচৰলৈ বেগাই আহি আমাক ৰক্ষা কৰোক, আৰু আমাক সহায় কৰোক ; কিয়নো পৰ্ব্বত-নিবাসী ইমোৰীয়াবিলাকৰ আটাই ৰজাবোৰে আমাৰ বিৰুদ্ধে গোট খালেহি। ৭ তাতে যিহোচূৱাই সকলো যুদ্ধাৰু আৰু বলৱান বীৰপুৰুষবিলাকক লগত লৈ, গিল্গলৰ পৰা যাত্ৰা কৰিলে। ৮ আৰু যিহোৱাই যিহোচূৱাক কলে, তুমি সিহঁতলৈ ভয় নকৰিবা ; কিয়নো ময় সিহঁতক তোমাৰ হাতত দিলোঁ ; সিহঁতৰ কোনেও তোমাৰ আগত থিয় হব নোৱাৰিব। ৯ পাছে যিহোচূৱা অকস্মাতে সিহঁতৰ ওৰিত ওলালগৈ ; কিয়নো তেওঁ গিল্গলৰ পৰা ওৰে-ৰাতি গৈ আছিল। ১০ তেতিয়া, যিহোৱাই ইস্ৰায়েলৰ সাক্ষাতে সিহঁতক ব্যাকুল কৰাত, ইস্ৰায়েলে গিবিয়োনত মহা-সংহাৰেৰে সিহঁতক সংহাৰ কৰিলে ; আৰু বৈৎ-হোৰোণলৈ উঠি যোৱা বাটেদি সিহঁতক খেদি নি, অজেকা আৰু মক্কেদালৈকে আঘাত কৰিলে। ১১ ইস্ৰায়েলৰ সম্মুখৰ পৰা পলাই যোৱা কালত, যেতিয়া সিহঁত বৈৎ-হোৰোণৰ পৰা নামি যোৱা বাটত আছিল, তেতিয়া যিহোৱাই অজেকালৈকে সিহঁতৰ ওপৰত আকাশৰ পৰা মহাশিলা বৰষালে, তাতে সিহঁত মৰিল ; ইস্ৰায়েলৰ সন্তানবিলাকে সিহঁতৰ যিমান মানুহ তৰোৱালেৰে বধ কৰিলে, তাত্কৈয়ো অধিক লোক শিলাবৃষ্টিত মৰিল।

১২ সেই কালত, যিহোৱাই ইস্ৰায়েলৰ সন্তানবিলাকৰ হাতত ইমোৰীয়াবিলাকক সমৰ্পণ কৰা দিনা, যিহোচূৱাই যিহোৱাক কলে, তেওঁ ইস্ৰায়েলৰ সাক্ষাতে কলে,

হে সূৰ্য্য, তুমি গিবিয়োনৰ ওপৰত ৰৈ থাকা ;
আৰু হে চন্দ্ৰ, তুমি অয়ালোনৰ উপত্যকাৰ ওপৰত থাকা।
১৩ তাতে, যেতিয়ালৈকে লোকবিলাকে আপোনাৰ শত্ৰুবোৰক প্ৰতিফল নিদিলে,
তেতিয়ালৈকে সূৰ্য্য স্থগিত হল, আৰু চন্দ্ৰও ৰৈ থাকিল।

এই কথা জানো যাচেৰ পুস্তকত লিখা নাই? এই ৰূপে সূৰ্য্য আকাশৰ মাজ ঠাইত থিৰে থাকি প্ৰায় সম্পূৰ্ণ এক দিন মাৰ যাবলৈ বেগ নকৰিলে। ১৪ ইয়াৰ পূৰ্ব্বে কি পাছে, যিহোৱাই যে মনুষ্যৰ বাক্যলৈ এই ৰূপে কাণ দিলে, এনে আৰু কোনো দিন হোৱা নাই ; কিয়নো যিহোৱাই ইস্ৰায়েলৰ পক্ষে যুদ্ধ কৰিছিল।

[15] পাছে যিহোচূৱাই গোটেই ইস্রায়েলক লগত লৈ, গিল্‌গলর ছাউনিলৈ উলটি আহিল।

[16] আৰু সেই পাঁচ জন রজা পলাই গৈ, মক্কেদার গুহাত লুকাই থাকিল। [17] পাছে কোনো লোকে যিহোচূৱাক বার্ত্তা দি কলে, সেই পাঁচ জন রজাক মক্কেদার গুহাত লুকাই থকা পোৱা গৈছে। [18] তাতে যিহোচূৱাই কলে, তোমালোকে সেই গুহার মুখত কেতবোর ডাঙর শিল বগরাই দি, সিবিলাকক পহরা দিবলৈ তার ওচরত মানুহ রাখাগৈ; [19] কিন্তু তোমালোকে পলম নকরি শত্রুবোরর পাছে পাছে খেদি গৈ সিহঁতর পাছর লোকবিলাকক সংহার করা; সিহঁতক আপোন আপোন নগরত সোমাবলৈ নিদিবা; কিয়নো তোমালোকর ঈশ্বর যিহোৱাই সিহঁতক তোমালোকর হাতত সমর্পণ করিলে। [20] পাছে, যিহোচূৱা আৰু ইস্রায়েলর সন্তানবিলাকে যেতিয়া মহাসংহাররে সিহঁতক নিঃশেষে সংহার করিলে, আৰু সিহঁতর অৱশিষ্ট লোক গড়েরে আবৃত নগরবোরত সোমালগৈ, [21] তেতিয়া সকলো লোকবিলাক মক্কেদার ছাউনিলৈ যিহোচূৱার গুরিলৈ কুশলে উলটি আহিল; ইস্রায়েলর সন্তানবিলাকর মাজর কারো বিরুদ্ধে কোনেও জিবা নলরালে। [22] পাছে যিহোচূৱাই আজ্ঞা করিলে, বোলে, তোমালোকে সেই গুহার মুখ মেলি, সেই পাঁচ জন রজাক উলিয়াই মোর ওচরলৈ আনাগৈ। [23] তাকে করি সিবিলাকে যিরূচালেমর রজা, হিব্রোণর রজা, যর্মূতর রজা, লাখীচর রজা, আৰু ইগ্লোনর রজা, এই পাঁচ জন রজাক সেই গুহার পরা উলিয়াই, তেওঁর গুরিলৈ আনিলে। [24] এই রূপে সেই রজাবিলাকক তেওঁর গুরিলৈ অনা হলত, যিহোচূৱাই ইস্রায়েলর আটাই পুরুষবিলাকক মাতি আনি, আপোনার লগত যোৱা সেনাপতিবিলাকক আজ্ঞা করিলে, বোলে, তোমালোকে ওচরলৈ আহি এই রজাবিলাকর ডিঙিত ভরি দিয়া; তাতে সিবিলাকে ওচরলৈ আহি সিবিলাকর ডিঙিত ভরি দিলে। [25] পাছে যিহোচূৱাই সিবিলাকক কলে, তোমালোকে ভয় নকরিবা, আৰু ব্যাকুল নহবা; তোমালোক বলৱান আৰু সাহীয়াল হোৱা; কিয়নো, তোমালোকে যি যি শত্রুবোরে সৈতে যুদ্ধ করিবা, সিহঁতর সকলোলৈকে যিহোৱাই এই রূপে করিব। [26] পাছে যিহোচূৱাই সেই পাঁচ জন রজাক আঘাত করি বধ করিলে, আৰু পাঁচডাল কাঠত অরাই থলে; তাতে সিহঁত গধূলিলৈকে কাঠত ওলমি থাকিল। [27] পাছে, সূর্য্য মার যোৱা সময়ত, লোকবিলাকে যিহোচূৱার আজ্ঞারে সিহঁতক কাঠর পরা নমাই, সিহঁত লুকাই থকা গুহাতে সিহঁতক পেলাই দি, তার মুখত বড় বড় শিল দি থলে; সেয়ে আজিলৈকে আছে।

[28] সেই দিনাই যিহোচূৱাই মক্কেদা হাত করি ললে, আৰু তরোৱালর ধাররে তাক আঘাত করি, তাত থকা রজা আদি সকলো মানুহক নিঃশেষে বিনষ্ট করিলে, কাকো অৱশিষ্ট নেরাখিলে; যিরীহোর রজালৈ যেনে করিছিল, মক্কেদার রজালৈকো তেনে করিলে।

[29] তার পাছে যিহোচূৱাই গোটেই ইস্রায়েলক লগত লৈ, মক্কেদার পরা লিব্‌নালৈ গৈ, লিব্‌নার বিরুদ্ধে যুদ্ধ করিলে। [30] তাতে যিহোৱাই লিব্‌না আৰু তার রজাক ইস্রায়েলর হাতত দিলত, সিবিলাকে তাক আৰু তার ভিতরত থকা সকলো মানুহক তরোৱালেরে আঘাত করিলে, তার মাজত কাকো অৱশিষ্ট নেরাখিলে; যিরীহোর রজালৈ যি রূপে করিছিল, তার রজালৈকো সেই রূপে করিলে।

[31] তার পাছে যিহোচূৱাই আটাই ইস্রায়েলক লগত লৈ, লিব্‌নার পরা লাখীচলৈ গৈ, তার অহিতে ছাউনি পাতি তার বিরুদ্ধে যুদ্ধ করিলে। [32] তাতে যিহোৱাই লাখীচকো ইস্রায়েলর হাতত দিয়াত, সিবিলাকে দ্বিতীয় দিনা তাক হাত করি লৈ, লিব্‌নালৈ যি রূপে করিছিল, লাখীচলৈকো সেই রূপে করি, তাক আৰু তার মাজত থকা সকলো মানুহক তরোৱালেরে আঘাত করিলে।

[33] তেতিয়া গেজরর হোরম রজাই লাখীচর সহায় করিবলৈ আহিলত, যিহোচূৱাই তার কোনো অৱশিষ্ট নথকাকৈ, তাক আৰু তার লোকবিলাকক আঘাত করিলে।

[34] পাছে যিহোচূৱাই গোটেই ইস্রায়েলক লগত লৈ, লাখীচর পরা ইগ্লোনলৈ গল; আৰু সিবিলাকে তার অহিতে ছাউনি পাতি তার বিরুদ্ধে যুদ্ধ করিলে। [35] আৰু সেই দিনা

চিবিলাকে তাক হাত করি লৈ, যি রূপে লাখীচলৈ করিছিল, সেই রূপে তরোৱালেরে তাকো আঘাত করি, সেই দিনা তার ভিতরত থকা আটাই মানুহক নিঃশেষে সংহার করিলে।

[৩৬] তার পাছে যিহোচূৱাই গোটেই ইস্রায়েলক লগত লৈ ইগ্লোনর পরা হিব্রোণলৈ যাত্রা করিলে, আরু চিবিলাকে তার বিরুদ্ধে যুদ্ধ করিলে। [৩৭] আরু চিবিলাকে তাক হাত করি, তাক আরু তার রজাক, তার সরু সরু নগরবোর, আরু তার ভিতরত থকা সকলো মানুহক, তরোৱালেরে আঘাত করিলে ; ইগ্লোনলৈ যি যি করিছিল, সেই সকলোর দরে কাকো অৱশিষ্ট নেরাখিলে, তাক আরু তার ভিতরত থকা সকলো মানুহক নিঃশেষে সংহার করিলে।

[৩৮] পাছে যিহোচূৱাই আটাই ইস্রায়েলক লগত লৈ, দবীরলৈ ঘূরি আহি তার অহিতে যুদ্ধ করিলে। [৩৯] তেওঁ তাক আরু তার রজাক, আরু তার সরু সরু নগরবোর হাত করি ললে ; চিবিলাকে তরোৱালেরে আঘাত করি, তার মাজত থকা সকলো মানুহক নিঃশেষে সংহার করিলে ; তেওঁ তার কাকো অৱশিষ্ট নেরাখিলে ; যেনেকৈ হিব্রোণলৈ, আরু লিব্না ও তার রজালৈ করিছিল, সেই দরে দবীর আরু তার রজালৈকো করিলে।

[৪০] এই রূপে যিহোচূৱাই পর্ব্বতীয়া অঞ্চল, দক্ষিণ অঞ্চল, নিম্নভূমি, আরু উপপর্ব্বতর অঞ্চল, এই সকলো দেশ পরাজয় করি, তার সকলো রজাক বধ করিলে, কাকো অৱশিষ্ট নেরাখিলে ; তেওঁ ইস্রায়েলর ঈশ্বর যিহোৱার আজ্ঞা অনুসারে উসাহ লোরা সকলোকে নিঃশেষে বিনষ্ট করিলে। [৪১] এই রূপে যিহোচূৱাই কাদেচ-বর্ণেয়ার পরা ঘচালৈকে চিহঁতক, আরু গিবিয়োনলৈকে গোচনর সকলো দেশ পরাজয় করিলে। [৪২] যিহোচূৱাই এই সকলো রজাক আরু চিবিলাকর দেশ একে কালতে হাত করি ললে ; কিয়নো ইস্রায়েলর ঈশ্বর যিহোৱাই ইস্রায়েলর পক্ষে যুদ্ধ করিছিল। [৪৩] পাছে যিহোচূৱাই গোটেই ইস্রায়েলক লগত লৈ, গিল্‌গলর ছাউনিলৈ উলটি আহিল।

কনান দেশর উত্তর ভাগ জয় করা, আরু গোটেই দেশর পরাজয়।

**১১** পাছে হাচোরর রজা যাবীনে যেতিয়া সেই কথা শুনিলে, তেতিয়া তেওঁ মাদোনর যোবব রজার, চিম্রোণর রজার, আরু অক্‌চফর রজার গুরিলৈ, [২] আরু উত্তর ফালর পর্ব্বতীয়া অঞ্চলত, কিন্নেরতর দক্ষিণকালে থকা অরাবাত, নিম্নভূমিত, আরু পশ্চিমফালে দোরর ওখ ঠাইত বসতি করা রজাবিলাকর ওচরলৈ, [৩] পূব আরু পশ্চিমে থকা কনানীয়াবিলাকর, ইমোরীয়াবিলাকর, হিত্তীয়াবিলাকর, পরিজ্জীয়াবিলাকর, পর্ব্বতীয়া অঞ্চল-নিবাসী যিবুচীয়াবিলাকর, আরু হর্মোণর তলত থকা মিস্পা দেশীয় হিব্বীয়াবিলাকর ওচরলৈ মানুহ পঠালে। [৪] তাতে চিহঁতে সকলো সৈন্যে সৈতে, সমুদ্রর পারর বালির নিচিনা অসংখ্য লোকসমূহ, আরু অতিশয় অধিক ঘোঁরা ও রথ লৈ ওলাল। [৫] আরু সেই আটাই রজাবিলাকে গোট খাই, ইস্রায়েলর লগত যুদ্ধ করিবলৈ আহি মেরোম নামেরে সরোবরর ওচরত একেলগে ছাউনি পাতিলে। [৬] পাছে যিহোৱাই যিহোচূৱাক কলে, তুমি চিহঁতলৈ ভয় নকরিবা ; কিয়নো কাইলৈ এনে সময়ত ময় ইস্রায়েলর আগত চিহঁত সকলোকে মারি সমর্পণ করিম ; তুমি চিহঁতর ঘোঁরার ভরির শির কাটিবা, আরু রথবোর জুইত পুরি পেলাবা। [৭] পাছে যিহোচূৱাই সকলো লোক লগত লৈ, চিহঁতর বিরুদ্ধে মেরোম সরোবরর ওচরত অকস্মাতে ওলাই চিহঁতক আক্রমণ করিলে। [৮] তাতে, যিহোৱাই চিহঁতক ইস্রায়েলর হাতত সমর্পণ করাত, চিবিলাকে চিহঁতক মারিলে ; আরু মহাচীদোন ও মিস্রফোৎ-ময়িমলৈকে, আরু পূব ফালর মিস্পির উপত্যকালৈকে চিহঁতক খেদি নিলে, আরু চিহঁতক সংহার করি চিহঁতর কাকো অৱশিষ্ট নেরাখিলে। [৯] পাছে, যিহোৱাই আজ্ঞা দিয়ার দরে যিহোচূৱাই চিহঁতলৈ কার্য্য করিলে ; তেওঁ চিহঁতর ঘোঁরার শির কাটিলে, আরু রথবোর জুইত পুরি পেলালে।

[১০] সেই সময়ত যিহোচূৱাই ঘূরি আহি, হাচোর হাত করি লৈ, তার রজাক তরোৱালেরে বধ করিলে ; কিয়নো হাচোর পূর্ব্বরে পরা সেই

সকলো রাজ্যর মাজত প্রধান আছিল। [১১] তাত বাস করা সকলো মানুহকে সিবিলাকে তরোৱালেরে বধ করি নিঃশেষে বিনষ্ট করিলে; উসাহ লোৱা একোরেই অৱশিষ্ট নেথাকিল; পাছে তেওঁ হাচোরক পুরি পেলালে। [১২] আরু যিহোচূৱাই সেই রজাবিলাকর আটাই নগর আরু সেইবোরর সকলো রজাক হাত করি লৈ, যিহোৱার দাস মোচির আজ্ঞা অনুসারে সিহঁতক তরোৱালেরে বধ করি নিঃশেষে বিনষ্ট করিলে। [১৩] কিন্তু যি যি নগর আপোন আপোন পর্ব্বতত আছিল, ইস্রায়েলে হাচোরর বাহিরে সেইবোর পুরি নেপেলালে; কেৱল তাক্‌হে যিহোচূৱাই পুরিলে। [১৪] আরু ইস্রায়েলর সন্তানবিলাকে সেই নগরবোরর আটাই লুটদ্রব্য আরু পশুবোর আপোনাবিলাকর নিমিত্তে লুট করি ললে; কিন্তু আটাই মানুহবিলাকক হলে তরোৱালেরে বধ করি, সিহঁতক নিঃশেষে বিনষ্ট করিলে, উসাহ লোৱা একোকে অৱশিষ্ট নেরাখিলে। [১৫] যিহোৱাই আপোনার দাস মোচিক যেনে আজ্ঞা করিছিল, মোচিয়েও যিহোচূৱাক তেনে আজ্ঞা করিছিল; আরু যিহোচূৱাই সেই দরে কার্য্য করিলে; যিহোৱাই মোচিক দিয়া সকলো আদেশর এটা কথাও তেওঁ নকরাকৈ নেথাকিল।

[১৬] এই রূপে যিহোচূৱাই চেয়ীরলৈ বিস্তৃত হোৱা হালক পর্ব্বতর পরা হর্মোণ পর্ব্বতর তলত থকা [১৭] লিবানোনর উপত্যকার বাল্‌-গাদলৈকে সেই গোটেই দেশ, অর্থাৎ পর্ব্বতীয়া অঞ্চল, গোটেই দক্ষিণ অঞ্চল, গোটেই গোচন দেশ, নিম্নভূমি, অরাবা, আরু ইস্রায়েলর পর্ব্বতীয়া অঞ্চল ও তার নিম্নভূমি হাত করি ললে, আরু তেওঁ সেইবোরর আটাই রজাক ধরি আঘাত করি বধ করিলে। [১৮] যিহোচূৱাই সেই রজাবিলাকে সৈতে বহুকাল যুদ্ধ করি আছিল। [১৯] গিবিয়োন-নিবাসী হিব্বীয়া লোকর বাহিরে আন কোনো নগরর লোকে ইস্রায়েলর সন্তানবিলাকে সৈতে সন্ধি স্থাপন নকরিলে; সিবিলাকে সকলোকেই যুদ্ধত হাত করি ললে। [২০] কিয়নো, তেওঁ যেন সিহঁতক নিঃশেষে বিনষ্ট করে, সিহঁতক একো দয়া নকরে, কিন্তু মোচিক যিহোৱাই আজ্ঞা করার দরে যেন সিহঁতক উচ্ছন্ন করে, এই নিমিত্তে ইস্রায়েলর বিরুদ্ধে যুদ্ধ করিবলৈ সিহঁত আহিবর অর্থে সিহঁতর হৃদয় কঠিন করা যিহোৱার পরা হৈছিল।

[২১] সেই কালত যিহোচূৱাই আহি পর্ব্বতীয়া অঞ্চল, হিব্রোণ, দবীর, অনাব, আরু যিহূদা ও ইস্রায়েলর আটাই পর্ব্বতীয়া অঞ্চলর পরা অনাকীয়াবিলাকক উচ্ছন্ন করিলে; যিহোচূৱাই সিহঁতর নগরে সৈতে সিহঁতক নিঃশেষে বিনষ্ট করিলে। [২২] ইস্রায়েলর সন্তানবিলাকর দেশত অনাকীয়াহঁতর কোনো অৱশিষ্ট নেথাকিল; কেৱল ঘচাত, গাতত, আরু অচ্‌দোদত্‌হে কোনো কোনো অৱশিষ্ট থাকিল। [২৩] এই রূপে, যিহোৱাই মোচিক যি যি কৈছিল, সেই সকলো কথার দরে যিহোচূৱাই সেই সকলো দেশ হাত করি লৈ, প্রত্যেক ফৈদর ভাগ অনুসারে অধিকারর অর্থে ইস্রায়েলক দিলে; তেতিয়ারে পরা যুদ্ধ গুচি দেশ সুস্থির হল।

যিহোচূৱাই পরাজয় করা রজাবিলাকর তালিকা।

**১২** ইস্রায়েলর সন্তানবিলাকে যি দুজন রজাক বধ করি, যর্দ্দনর সিপারে সূর্য্য উদয় হোৱা ফালে অর্ণোনর উপত্যকার পরা হর্মোণ পর্ব্বতলৈকে সিবিলাকর দেশ, আরু পূবদিশে থকা গোটেই অরাবা অধিকার করিলে, সেই দুজন রজা এই; [২] ইমোরীয়াবিলাকর হিচ্‌বোন-নিবাসী চীহোন রজা; তেওঁ অর্ণোনর উপত্যকার দাঁতিত থকা অরোয়েরর পরা, আরু সেই উপত্যকার মাজত থকা নগরখনর পরা অম্মোনর সন্তানবিলাকর সীমা যব্বোক নদীলৈকে আধা গিলিয়দ দেশত, [৩] আরু পূব পারে কিন্নেরৎ সাগরলৈকে, আরু পূব পারে বৈৎ-যিচীমোতলৈ যোৱা বাটত থকা অরাবা সমুদ্র অর্থাৎ লবণ-সমুদ্রলৈকে অরাবাত, আরু দক্ষিণে পিচ্‌গার চারলীয়া ঠাইবোরর তলত থকা দেশত শাসন করিছিল; [৪] অষ্টারোৎ আরু ইদ্রেয়ী-নিবাসী রফায়ীয়াহঁতর অৱশিষ্ট থকা বংশত উৎপন্ন হোৱা বাচানর ওগ রজার দেশর সীমা; [৫] তেওঁ হর্মোণ পর্ব্বতত, চল্‌খাত, গচূরীয়া আরু মাখাথীয়াবিলাকর সীমালৈকে গোটেই বাচান দেশত, আরু হিচ্‌বোনর চীহোন রজার সীমালৈকে আধা গিলিয়দ দেশত শাসন করিছিল।

৬ যিহোবার দাস মোচিয়ে আরু ইস্রায়েলর সন্তানবিলাকে সিবিলাকক বধ করিলে ; আরু যিহোবার দাস মোচিয়ে অধিকারর অর্থে সেই দেশ রূবেণীয়া ও গাদীয়াবিলাকক, আরু মনচির আধা ফৈদক দিলে।

৭ যর্দ্দনর সিপারে পশ্চিমফালে, লিবানোনর উপত্যকাত থকা বাল্-গাদর পরা চেয়ীরলৈ বিস্তৃত হোৱা হালক পর্ব্বতলৈকে যিহোচূৱা আরু ইস্রায়েলর সন্তানবিলাকে যি যি রজাক বধ করিলে, আরু যিহোচূৱাই যিবিলাকর দেশ অধিকারর অর্থে আপোন আপোন ভাগ অনুসারে ইস্রায়েলর ফৈদবিলাকক বাঁটি দিলে, সেইবিলাক রজা, ৮ অর্থাৎ পর্ব্বতীয়া অঞ্চলত, নিম্নভূমিত, অরাবাত, উপপর্ব্বতত, অরণ্যত, আরু দক্ষিণ অঞ্চলত থকা হিত্তীয়া, ইমোরীয়া, কনানীয়া, পরিজ্জীয়া, হিব্বীয়া, আরু যিবূচীয়াবিলাকর রজা এই এই, ৯ যিরীহোর রজা এজন, বৈৎ-এলর ওচরত থকা অয়র রজা এজন, ১০ যিরূচালেমর রজা এজন, হিব্রোণর রজা এজন, ১১ যর্মূত্তর রজা এজন, লাখীচর রজা এজন, ১২ ইগ্লোনর রজা এজন, গেজরর রজা এজন, ১৩ দবীরর রজা এজন, গেদরর রজা এজন, ১৪ হর্মার রজা এজন, অরাদর রজা এজন, ১৫ লিব্নার রজা এজন, অদুল্লমর রজা এজন, ১৬ মক্কেদার রজা এজন, বৈৎ-এলর রজা এজন, ১৭ তপ্পূহর রজা এজন, হেফরর রজা এজন, ১৮ অফেকর রজা এজন, লচারোণর রজা এজন, ১৯ মাদোনর রজা এজন, হাচোরর রজা এজন, ২০ চিম্রোণ-মরোণর রজা এজন, অক্চফর রজা এজন, ২১ তানকর রজা এজন, মগিদ্দোর রজা এজন, ২২ কেদচর রজা এজন, কর্ম্মিলত থকা যক্নিয়ামর রজা এজন, ২৩ দোরর ওখ ঠাইবোরত থকা দোরর রজা এজন, গিল্গলত থকা গোয়ীমর [রজা] এজন, ২৪ তির্চার রজা এজন, সর্ব্বমোট একত্রিশ জন রজা।

দেশ ভাগ বাঁটি দিবলৈ ঈশ্বরর আদেশ। আঢ়ৈ ফৈদর সীমা নিরূপণ।

১৩ যিহোচূৱা বুঢ়া আরু অতিশয় বৃদ্ধ হলত, যিহোৱাই তেওঁক কলে, তুমি বুঢ়া আরু অতিশয় বৃদ্ধ হলা ; তথাপি অধিকার করিবলৈ আরু অনেক দেশ বাকী আছে। ২ বাকী থকা দেশ এই এই ; মিচরর সম্মুখত থকা চীহোরর পরা উত্তরফালে ইক্রোণর সীমালৈকে, কনানীয়াবিলাকর অধিকাররূপে গণিত হোৱা পলেষ্টীয়াবিলাকর আটাইবোর দেশ, আরু গচূরীয়াবিলাকর গোটেই অঞ্চল ; ৩ ঘচাতীয়া, অচ্দোদীয়া, অস্কিলোনীয়া, গাতীয়া, আরু ইক্রোণীয়া, পলেষ্টীয়াবিলাকর এই পাঁচ জন অধিপতি আরু দক্ষিণফালে থকা অব্বীয়াবিলাকো ; ৪ কনানীয়াইঁতর গোটেই দেশ, আরু অফেকালৈকে, ইমোরীয়াবিলাকর সীমালৈকে চীদোনীয়াইঁতর অধীনর মিয়ারা ; ৫ গিব্লীয়াবিলাকর দেশ, আরু হর্মোণ পর্ব্বতর তলত থকা বাল্-গাদর পরা হমাতর প্রবেশস্থানলৈকে সূর্য্য উদয় হোৱা ফালে গোটেই লিবানোন ; ৬ আরু লিবানোনর পরা মিস্রফোৎ-ময়িমলৈকে পর্ব্বতীয়া অঞ্চল-নিবাসী আটাইবোর, আটাই চীদোনীয়াবিলাক ; ইস্রায়েলর সন্তানবিলাকর আগর পরা সিইঁতক ময়েই দূর করিম ; ময় তোমাক আজ্ঞা করার দরে, আধিপত্যর অর্থে তুমি ইস্রায়েলক চিঠিখেলেরে তাক ভাগ করি দিয়া মাথোন। ৭ এতেকে এতিয়া তুমি অধিকারর অর্থে ন ফৈদক, আরু মনচির আধা ফৈদক এই দেশ ভাগ করি দিয়া। ৮ আন আধা ফৈদে সৈতে রূবেণীয়া আরু গাদীয়াবিলাকে যর্দ্দনর পূব পারে, যিহোবার দাস মোচিয়ে দিয়া অনুসারে, মোচিয়ে দিয়া আপোন আপোন আধিপত্য ললে ; ৯ সেই আধিপত্য এই এই ; অর্ণোনর উপত্যকার কোষত থকা অরোয়েরর পরা, আরু উপত্যকার মাজত থকা নগরখনর পরা, আরু দীবোনলৈকে মেদবার গোটেই সমথল ; ১০ আরু অম্মোনর সন্তানবিলাকর সীমালৈকে, হিচ্বোনত শাসন করা ইমোরীয়াবিলাকর চীহোন রজার আটাইবোর নগর ; ১১ গিলিয়দ, আরু গচূরীয়াবিলাকর ও মাখাথীয়াবিলাকর অঞ্চল, আরু গোটেই হর্মোণ পর্ব্বত, আরু চল্খালৈকে গোটেই বাচান ; ১২ অষ্টারোতত আরু ইদ্রেয়ীত শাসন করা রফায়ীয়াবিলাকর মাজর অবশিষ্ট থকা বাচানর ওগ রজার সকলো রাজ্য। কিয়নো মোচিয়ে এইবিলাকক প্রহার করি দূর করিছিল।

[১৩] তথাপি, ইস্ৰায়েলৰ সন্তানবিলাকে গচূৰীয়া আৰু মাথাথীয়াবিলাকক দূৰ নকৰাত, সেই গচূৰীয়া আৰু মাথাথীয়াবিলাকে ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত বাস কৰি আছে। [১৪] কেৱল লেবী ফৈদক মোচিয়ে কোনো আধিপত্য নিদিলে; তেওঁলৈ কোৱা যিহোৱাৰ বাক্য অনুসাৰে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে দিয়া অগ্নিকৃত উপহাৰহে সিবিলাকৰ আধিপত্য হল।

[১৫] মোচিয়ে ৰূবেণৰ সন্তানবিলাকৰ ফৈদক সিবিলাকৰ গোষ্ঠী অনুসাৰে আধিপত্য দিলে। [১৬] সিবিলাকৰ সীমা অৰ্ণোন উপত্যকাৰ কোষত থকা অৰোয়েৰৰ পৰা, আৰু উপত্যকাৰ মাজত থকা নগৰখনৰ পৰা, আৰু মেদবাৰ ওচৰত থকা গোটেই সমথল: [১৭] হিচ্‌বোন আৰু সমথলত থকা তাৰ সকলো নগৰ; দীবোন, বামোৎ-বাল, বৈৎ-বাল-মিয়োন, [১৮] যহচ, কদেমোৎ, মেফাৎ, [১৯] কিৰিয়াথয়িম, চিব্‌মা, উপত্যকাৰ পৰ্ব্বত্‌টোত থকা চেৰৎ-চহৰ, [২০] বৈৎ-পিয়োৰ, পিচ্‌গাৰ চাবলীয়া ঠাইবোৰৰ তলত থকা দেশ, আৰু বৈৎ-যিচীমোৎ; [২১] আৰু সমথলত থকা আন সকলো নগৰ, আৰু ইবী, ৰেকম, চূৰ, হূৰ, ৰেবা, এই পাঁচ জন তলতীয়া মিদিয়নীয়া ৰজাই সৈতে যাক মোচিয়ে বধ কৰিলে, হিচ্‌বোনত শাসন কৰা ইমোৰীয়াবিলাকৰ সেই চীহোন ৰজাৰ সমুদায় ৰাজ্য। [২২] ইস্ৰায়েলৰ সন্তানবিলাকে যিবিলাকক বধ কৰিছিল, সেইবিলাকৰ মাজত বিয়োৰৰ পুতেক মঙ্গল চাওঁতা বিলিয়মকো সিবিলাকে তৰোৱালেৰে বধ কৰিলে। [২৩] যৰ্দ্দন আৰু তাৰ অঞ্চল ৰূবেণৰ সন্তানবিলাকৰ সীমা আছিল। নগৰ আৰু গাঁৱে সৈতে ৰূবেণৰ সন্তানবিলাকৰ আপোন আপোন গোষ্ঠী অনুসাৰে এয়ে সিবিলাকৰ আধিপত্য।

[২৪] মোচিয়ে গাদৰ ফৈদক, :গাদৰ সন্তানবিলাকক সিবিলাকৰ গোষ্ঠী অনুসাৰে আধিপত্য দিলে। [২৫] সিবিলাকৰ সীমা, যাজেৰ আৰু গিলিয়দৰ সকলো নগৰ, আৰু ৰব্বাৰ সন্মুখে থকা অৰোয়েৰলৈকে অম্মোনৰ সন্তানবিলাকৰ আধা দেশ; [২৬] আৰু হিচ্‌বোনৰ পৰা ৰামৎ-মিস্পি ও বটোনীমলৈকে, আৰু মহনয়িমৰ পৰা দবীৰৰ সীমালৈকে; [২৭] আৰু উপত্যকাত বৈৎ-হাৰম, বৈৎ-নিম্ৰা, চূক্কোৎ, চাফোন, হিচ্‌বোনৰ চীহোন ৰজাৰ অৱশিষ্ট ৰাজ্য, যৰ্দ্দনৰ পূব পাৰে কিন্নেৰৎ সাগৰৰ কোষৰলৈকে যৰ্দ্দন আৰু তাৰ অঞ্চল। [২৮] নগৰ আৰু গাঁৱে সৈতে গাদৰ সন্তানবিলাকৰ আপোন আপোন গোষ্ঠী অনুসাৰে এয়ে সিবিলাকৰ আধিপত্য।

[২৯] আৰু মোচিয়ে মনচিৰ আধা ফৈদক আধিপত্য দিলে; মনচিৰ আধা ফৈদে সেই অধিপত্য আপোন আপোন গোষ্ঠী অনুসাৰে পালে। [৩০] সিবিলাকৰ সীমা মহনয়িমৰ পৰা গোটেই বাচান, বাচানৰ ওগ ৰজাৰ গোটেই ৰাজ্য, আৰু বাচানত থকা যায়ীৰৰ সকলো নগৰ অৰ্থাৎ ষাইঠ্‌খন নগৰ; [৩১] আৰু আধা গিলিয়দ দেশ, অষ্টাৰোৎ আৰু ইদ্ৰেয়ী নগৰ, ওগৰ বাচান ৰাজ্যত থকা এইবোৰ নগৰ মনচিৰ পুত্ৰ মাখীৰৰ সন্তানবিলাকৰ, অৰ্থাৎ গোষ্ঠী অনুসাৰে মাখীৰৰ সন্তানবিলাকৰ আধাৰ আধিপত্য।

[৩২] যিৰীহোৰ পূবফালে যৰ্দ্দনৰ সিপাৰে মোৱাবৰ সমথলত, মোচিয়ে লোকবিলাকক ভাগ বাঁটি দিয়া আধিপত্য এইবোৰ। [৩৩] কিন্তু লেবী ফৈদক হলে মোচিয়ে কোনো আধিপত্য নিদিলে; সিবিলাকক কোৱা আপোন বাক্য অনুসাৰে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱায়েই সিবিলাকৰ আধিপত্য হল।

ন ফৈদ আৰু আধা ফৈদৰ সীমা নিৰূপণ।

**১৪** কনান দেশত ইস্ৰায়েলৰ সন্তানবিলাকে যি যি আধিপত্য ললে, সেইবোৰ এইবিলাক; ইলিয়াজৰ পুৰোহিত, নূনৰ পুত্ৰ যিহোচূৱা, আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ সকলো ফৈদৰ পিতৃ-বংশৰ মূল মানুহবিলাকে এই এই আধিপত্য ন ফৈদ আৰু আধা ফৈদক, [২] যিহোৱাই মোচিৰ দ্বাৰায় দিয়া আজ্ঞা অনুসাৰে চিঠিখেলৰ দ্বাৰায় ভাগ বাঁটি দিলে। [৩] কিয়নো যৰ্দ্দনৰ পূব পাৰে মোচিয়ে আঢ়ৈ ফৈদক আধিপত্য দিছিল; কিন্তু লেবীয়াবিলাকক হলে তেওঁ সিবিলাকৰ মাজত একো আধিপত্য নিদিলে। [৪] কাৰণ যোচেফৰ সন্তানবিলাক দুই ফৈদ হল, মনচি আৰু ইফ্ৰয়িম; লেবীয়াবিলাকক দেশৰ মাজত একো ভাগ দিয়া নগল; কেৱল বাস কৰিবলৈ কিছু নগৰ, আৰু পশু আদি সম্পত্তিৰ নিমিত্তে তাৰ চাৰিওফালৰ ঠাই দিলে। [৫] যিহো-

ৱাই মোচিক যি আজ্ঞা দিছিল, ইস্ৰায়েলৰ সন্তানবিলাকে সেই দৰে কাৰ্য্য কৰি দেশ ভাগ কৰি ললে।

[6] সেই সময়ত যিহূদাৰ সন্তানবিলাক গিল্‌গললৈ যিহোচূৱাৰ গুৰিলৈ আহিলত, কনিজ্জীয়া যিফুন্নিৰ পুত্ৰ কালেবে তেওঁক কলে, যিহোৱাই মোৰ আৰু তোমাৰ বিষয়ে কাদেচ-বৰ্ণেয়াত ঈশ্বৰৰ লোক মোচিক কোৱা কথা তুমি জানি আছা। [7] ঈশ্বৰৰ দাস মোচিয়ে যি সময়ত কাদেচ-বৰ্ণেয়াৰ পৰা দেশৰ বুজ-বিচাৰ লৈ আহিবৰ নিমিত্তে মোক পঠাইছিল, সেই কালত মোৰ বয়স চল্লিশ বছৰ আছিল; তেতিয়াময় সৰল মনেৰে সম্বাদ আনি তেওঁক দিছিলোঁ। [8] তথাপি, মোৰ লগত যোৱা মোৰ ভাইবিলাকে ভয় লগাই লোকবিলাকৰ হৃদয় পমালে; কিন্তু ময় সম্পূৰ্ণৰূপে আপোন ঈশ্বৰ যিহোৱাৰ ইচ্ছামতে চলিলোঁ। [9] আৰু সেই দিনা মোচিয়ে শপথ কৰি কলে, যি ভূমিৰ ওপৰত তুমি ভৰি দিলাগৈ, সেই ভূমি নিশ্চয়ে তোমাৰ আৰু তোমাৰ সন্তানবিলাকৰ যুগে যুগে আধিপত্য হব; কিয়নো তুমি মোৰ ঈশ্বৰ যিহোৱাৰ ইচ্ছামতে সম্পূৰ্ণৰূপে চলিলা। [10] এতিয়া দেখা, ইস্ৰায়েলে অৰণ্যত ভ্ৰমি ফুৰোঁতে যি সময়ত যিহোৱাই মোচিক সেই কথা কৈছিল, তেতিয়াৰে পৰা যিহোৱাই আপোন বাক্যৰ দৰে এই পঞ্চল্লিশ বছৰ মোক জীয়াই ৰাখিছে; আৰু দেখা, আজি মোৰ বয়স পঞ্চাশী বছৰ হল। [11] মোচিয়ে মোক পঠোৱা কালত ময় যেনে বলী আছিলোঁ, এতিয়াও তেনে আছোঁ; যুদ্ধৰ অৰ্থে আৰু অহাযোৱা কৰিবৰ নিমিত্তে তেতিয়া মোৰ যেনে শক্তি আছিল, এতিয়াও তেনে আছে। [12] এই হেতুকে, সেই দিনা যিহোৱাই এই যি পৰ্ব্বতৰ বিষয়ে কৈছিল, এইটো পৰ্ব্বত মোক দিয়া; কিয়নো অনাকীয়াইঁত তাত থাকে, আৰু নগৰবোৰ ডাঙৰ ও গড়েৰে আবৃত, ইয়াক তুমি সেই দিনা শুনিছিলা; বোধ কৰোঁ, যিহোৱা মোৰ লগত থাকিব, আৰু যিহোৱাৰ বাক্য অনুসাৰে ময় সিইঁতক দূৰ কৰিম। [13] তাতে যিহোচূৱাই যিফুন্নিৰ পুত্ৰ কালেবক আশীৰ্ব্বাদ কৰি তেওঁৰ আধিপত্যৰ অৰ্থে হিব্ৰোণ দিলে। [14] এই নিমিত্তে হিব্ৰোণ কনিজ্জীয়া যিফুন্নিৰ পুত্ৰ কালেবৰ আধিপত্য হৈ আজিলৈকে আছে; কিয়নো তেওঁ ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ ইচ্ছামতে সম্পূৰ্ণৰূপে চলিলে। [15] আগেয়ে হিব্ৰোণৰ নাম কিৰিয়ৎ-অৰ্ব্ব আছিল; সেই অৰ্ব্ব অনাকীয়াবিলাকৰ মাজত এজন মহৎ লোক আছিল। পাছে যুদ্ধ নোহোৱাত দেশ সুস্থিৰ হল।

**১৫** পাছে চিঠিখেলেৰে আপোন আপোন গোষ্ঠী অনুসাৰে যিহূদাৰ সন্তানবিলাকৰ ফৈদৰ অংশ দক্ষিণ কনানৰ অন্তভাগত ইদোমৰ সীমালৈকে দক্ষিণফালে ছিন অৰণ্যলৈকে নিৰূপণ কৰা হল। [2] আৰু তাৰ দক্ষিণ সীমা লবণসমুদ্ৰৰ অন্তৰ পৰা অৰ্থাৎ দক্ষিণ ফাললৈ বাঢ়ি যোৱা জিবাৰ আকৃতিৰ ভাগৰ পৰা আৰম্ভ কৰি, [3] পৰ্ব্বত পাৰ হৈ যোৱা অক্ৰব্বীম নামেৰে ঠাইৰ দক্ষিণফালে ওলাই ছিনলৈকে গল; আৰু কাদেচ-বৰ্ণেয়াৰ দক্ষিণফালে উঠি হিষ্ৰোণেদি গৈ, অদ্দৰলৈ উঠি কৰ্কালৈকে ঘুৰি গল; [4] পাছে অচ্‌মোনলৈ গৈ মিচৰ জুৰীত ওলালগৈ; সেই সীমাৰ অন্ত সমুদ্ৰত আছিল। [5] এয়ে তোমালোকৰ দক্ষিণ সীমা হব। আৰু পূব সীমা যৰ্দ্দনৰ মুখলৈকে লবণসমুদ্ৰ। আৰু উত্তৰ ফালৰ সীমা যৰ্দ্দনৰ মুখৰ পৰা অৰ্থাৎ সমুদ্ৰৰ জিবাৰ আকৃতিৰ ভাগৰ পৰা, [6] বৈৎ-হগ্লালৈ উঠি গৈ বৈৎ-অৰাবাৰ উত্তৰফালে গল; পাছে সেই সীমা ৰূবেণৰ সন্তান বোহনৰ শিলটোলৈকে উঠি গল; [7] আৰু সেই সীমা আখোৰ উপত্যকাৰ পৰা দবীৰলৈ উঠি গৈ, পাছে জুৰীৰ দক্ষিণ পাৰত থকা অদুম্মীমলৈ উঠি যোৱা বাটৰ সম্মুখৰ গিল্‌গললৈ মুখ কৰি, উত্তৰ ফাললৈ গৈ অয়িন-চেমচ পানীলৈকে গল; আৰু তাৰ শেষ ভাগ অয়িন-ৰোগেলত আছিল; [8] সেই সীমা বিন-হিন্নোমৰ উপত্যকাইদি উঠি, যিবূচী অৰ্থাৎ যিৰূচালেমৰ দক্ষিণ কোষলৈ গল; আৰু সেই সীমা, পশ্চিমফালে বিন-হিন্নোমৰ উপত্যকাৰ সম্মুখত থকা আৰু উত্তৰফালে ৰফায়ীম উপত্যকাৰ অন্তভাগত থকা পৰ্ব্বতৰ টিঙলৈকে গল; [9] পাছে সেই সীমা সেই পৰ্ব্বতৰ টিঙৰ পৰা নেপ্তোহ জল-ভুমুকলৈকে থিৰ কৰা হৈ, ইফ্ৰোণ পৰ্ব্বতৰ নগৰবোৰত ওলালগৈ; পাছে সেই সীমা বালা অৰ্থাৎ কিৰিয়ৎ-যিয়াৰীমলৈকে থিৰ কৰা হল; [10] আৰু সেই সীমা বালাৰ পৰা পশ্চিমফালে চেয়ীৰ পৰ্ব্বত-

লৈকে ঘুরি যিয়ারীম পর্ব্বতর উত্তর কোব অর্থাৎ কচালোনলৈকে গল; পাছে বৈৎ-চেমচেদি নামি গৈ তিম্নালৈকে গল; [১১] আরু সেই সীমা ইক্রোণর উত্তর কোবত ওলালত, পাছে চিক্করোণলৈকে থির করা হল, আরু বালা পর্ব্বতলৈ গৈ যব্নিয়েলত ওলালগৈ; আরু সেই সীমার অন্ত সমুদ্রত আছিল। [১২] আরু পশ্চিম সীমা মহাসাগর আরু তার অঞ্চল আছিল। এয়ে আপোন আপোন গোষ্ঠী অনুসারে যিহুদার সন্তানবিলাকর চারিওফালে থকা সীমা।

[১৩] আরু যিহোচূৱালৈ করা যিহোৱার আজ্ঞা অনুসারে, তেওঁ যিহুদার সন্তানবিলাকর মাজত যিফুন্নির পুত্র কালেবক আপোন অংশর অর্থে কিরিয়ৎ-অর্ব্ব অর্থাৎ হিব্রোণ দিলে; সেই অর্ব্ব অনাকর পিতৃ আছিল। [১৪] আরু কালেবে তার পরা অনাকর বংশর চেচয়, অহীমন, আরু তল্‌ময় নামেরে অনাকর এই তিনি জন সন্তানক দূর করিলে। [১৫] পাছে তার পরা তেওঁ দবীর-নিবাসীবিলাকর অহিতে উঠি গল; পূর্ব্বে দবীরর নাম কিরিয়ৎ-চেফর আছিল। [১৬] সেই সময়ত কালেবে কলে, যি জনে কিরিয়ৎ-চেফর আক্রমণ করি হাত করি লব, তারে সৈতে মর মোর জী অক্‌চাক বিয়া দিম। [১৭] তাতে কালেবর ভায়েক কনজর সন্তান অৎনীয়েলে তাক হাত করি ললত, তেওঁ তারে সৈতে আপোনার জীয়েক অক্‌চাক বিয়া দিলে। [১৮] পাছে, ছোৱালী জনীয়ে অহা কালত আপোন বাপেকক এখন পথার খুজিবলৈ স্বামীক অনুরোধ করিলে; আরু তাই গাধর পরা নামিলত, কালেবে তাইক কলে, তোক কি লাগে? [১৯] তাই উত্তর করিলে, আপুনি মোক এক বর দিওক; কিয়নো আপুনি মোক দক্ষিণ অঞ্চলর ভূমি দিলে; এতিয়া জলর ভুমুকো মোক দিওক। তাতে তেওঁ ওপরত থকা আরু তলত থকা ভুমুক তাইক দিলে।

[২০] যিহুদার সন্তানবিলাকর আপোন আপোন গোষ্ঠী অনুসারে সিবিলাকর সন্তানবিলাকর ফৈদর আধিপত্য এয়ে।

[২১] দক্ষিণ অঞ্চলত ইদোমর সীমার ফালে মূরত থকা যিহুদা ফৈদর নগর কব্‌চেল, এদর, যাগূর, [২২] কীনা, দীমোনা, অদাদা, [২৩] কেদচ, হাচোর, যিৎনন, [২৪] জীফ, টেলম, বালোৎ, [২৫] হাচোর-হদত্তা, করিয়োৎ-হিব্রোণ অর্থাৎ হাচোর, [২৬] অমাম, চমা, মোলদা, [২৭] হচর-গদ্দা, হিচ্‌মোন, বৈৎ-পেলট, [২৮] হচর-চূৱাল, বের-চেবা, বিজিয়োথিয়া, [২৯] বালা, ইয়ীম, এচম, [৩০] ইল্‌তোলদ, কচীল, হর্মা, [৩১] চিক্লগ, মদ্‌মন্না, চন্‌চন্না, [৩২] লবায়োৎ, চিল্‌হীম, ঐন, রিম্মোন, গাঁৱে সৈতে সর্ব্বমোট উন্‌ত্রিশখন নগর।

[৩৩] আরু নিম্নভূমিত থকা নগর ইষ্টায়োল, চরা, অচ্‌না, [৩৪] জানোহ, অয়িন-গন্নীম, তপ্পূহ, ঐনম, [৩৫] যর্মূৎ, অদুল্লম, চোকো, অজেকা, [৩৬] চারয়িম, অদীথয়িম, গদেরা, আরু গদেরোথয়িম, গাঁৱে সৈতে চৌদ্ধখন নগর।

[৩৭] চনান, হদাচা, মিগ্‌দল্‌-গাদ, [৩৮] দিলিয়ন, মিস্পি, যক্তেল, [৩৯] লাখীচ, বস্কৎ, ইগ্লোন, [৪০] কব্বোন, লহ্‌মচ, কিৎলীচ, [৪১] গদেরোৎ, বৈৎ-দাগোন, নয়মা, আরু মক্কেদা, গাঁৱে সৈতে যোলখন নগর।

[৪২] লিব্‌না, এথর, আচন, [৪৩] যিপ্তহ, অচ্‌না, নচীব, [৪৪] কয়ীলা, অক্‌জীব, আরু মারেচা, গাঁৱে সৈতে নখন নগর।

[৪৫] ইক্রোণ, তার উপনগর আরু গাঁও; [৪৬] ইক্রোণর পরা সমুদ্রলৈকে অচ্‌দোদর ওচরত থকা সকলো উপনগর আরু সেইবোরর গাঁও।

[৪৭] মিচর জুরী, মহাসমুদ্র আরু তার সীমালৈকে অচ্‌দোদ আরু তার উপনগর আরু গাঁও, ঘচা, তার উপনগর আরু গাঁও।

[৪৮] পর্ব্বতীয়া অঞ্চলর নগর চামীর, যত্তীর, চোকো, [৪৯] দন্না, কিরিয়ৎ-চন্না অর্থাৎ দবীর, [৫০] অনাব, ইষ্টিমোৱা, আনীম, [৫১] গোচন, হোলোন, আরু গিলো, গাঁৱে সৈতে এঘারখন নগর।

[৫২] অরাব, দূমা, ইচিয়ন, [৫৩] যানীম, বৈৎতপ্পূহ, অফেকা, [৫৪] হুম্‌টা, কিরিয়ৎ-অর্ব্ব অর্থাৎ হিব্রোণ, আরু চীয়োর, গাঁৱে সৈতে নখন নগর।

[৫৫] মায়োন, কর্ম্মিল, জীফ, যূটা, [৫৬] যিজ্রিয়েল, যক্‌দিয়াম, জানোহ, [৫৭] কয়িন, গিবিয়া, আরু তিম্না, গাঁৱে সৈতে দহখন নগর।

[৫৮] হল্‌হুল, বৈৎ-চূর, গদোর, [৫৯] মারৎ, বৈৎঅনোৎ, আরু ইল্‌তকোন, গাঁৱে সৈতে ছখন নগর।

[৬০] কিরিয়ৎ-বাল অর্থাৎ কিরিয়ৎ-যিয়ারীম, আরু রব্বা, গাঁৱে সৈতে দুখন নগর।

[৬১] অরণ্যত বৈৎ-অরাবা, মিদ্দীন, চকাকা,

নিব্‌চন, লবণ নগর, আরু অয়িন-গদী, গাঁৱে সৈতে ছয়খন নগর।

৬৩ কিন্তু যিরূচালেম-নিবাসী যিবূচীয়াবিলাকক হলে, যিহূদার সন্তানবিলাকে দূর করিব নোৱারিলে; যিবূচীয়াবিলাকে আজিলৈকে যিহূদার সন্তানবিলাকে সৈতে যিরূচালেমত বাস করি আছে।

**১৬** পাছে চিঠিখেলর দ্বারায় যোচেফর সন্তানবিলাকর অংশ নিরূপিত হল; তার সীমা যিরীহোর সম্মুখত থকা যর্দ্দনর পরা, পূব দিশে থকা যিরীহোর ভুমুকর পানীয়েদি বৈৎ-এল পর্ব্বতলৈ যিরীহোর পরা উঠি যোৱা অরণ্যলৈ গল, ২ আরু বৈৎ-এলর পরা ওলাই লূজলৈ গল, আরু অর্কীয়াবিলাকর সীমাইদি অটারোতলৈ গল; ৩ আরু পশ্চিমফালে যফ্‌লেটীয়াবিলাকর সীমাইদি তল বৈৎ-হোরোণর সীমালৈ, গেজরলৈ নামি গল, আরু সমুদ্রত তার অন্ত পড়িল। ৪ যোচেফর সন্তান মনচি আরু ইফ্রয়িমে এই রূপে আপোন আপোন আধিপত্য গ্রহণ করিলে। ৫ আপোন আপোন গোষ্ঠী অনুসারে ইফ্রয়িমর সন্তানবিলাকর সীমা এই; পূবফালে ওপর বৈৎ-হোরোণলৈকে অটরোৎ-অদ্দর সিবিলাকর আধিপত্যর সীমা; ৬ পাছে সেই সীমা পশ্চিমফালে মিক্‌মথতর উত্তরে ওলাল, আরু পূবফালে ঘূরি তানৎ-চীলোলৈ গৈ তার ওচরেদি জানোহর পূব-ফাললৈ গল; ৭ পাছে জানোহর পরা অটারোৎ আরু নারতেদি গৈ, যিরীহোত লাগি যর্দ্দনত ওলাল; ৮ আরু সেই সীমা তপ্পূহর পরা পশ্চিমফালে কান্না জুরীলৈ গৈ সমুদ্রত তার অন্ত পড়িল। আপোন আপোন গোষ্ঠী অনুসারে ইফ্রয়িমর সন্তানবিলাকর ফৈদর এই আধিপত্য হল। ৯ ইয়ার বাহিরে মনচির সন্তানবিলাকর আধিপত্যর মাজত ইফ্রয়িমর সন্তানবিলাকর নিমিত্তে পৃথক করা, গাঁৱে সৈতে কেইবাখনো নগর আছিল। ১০ আরু সিবিলাকে গেজরত থকা কনানীয়াহঁতক দূর নকরাত, সিহঁত আজিলৈকে ইফ্রয়িমর সন্তানবিলাকর মাজত বাস করি, সিবিলাকর কাম করি দিব লগীয়া বন্দী হৈ আছে।

**১৭** পাছে চিঠিখেলর দ্বারায় মনচির ফৈদর ভাগ নিরূপণ করা হল; কিয়নো তেওঁ যোচেফর জ্যেষ্ঠ পুত্র। গিলিয়দর গরাকী, অর্থাৎ মনচির জ্যেষ্ঠ পুত্র মাখীর বড় যুদ্ধারু হোৱার নিমিত্তে তেওঁ গিলিয়দ আরু বাচান পালে। ২ আরু মনচির আন আন সন্তানবিলাকর যি ভাগ, তাক সিবিলাকর গোষ্ঠী অনুসারে থির করা হল, অর্থাৎ অবীয়েজরর সন্তানবিলাক, হেলকর সন্তানবিলাক, অস্রীয়েলর সন্তানবিলাক, চেখমর সন্তানবিলাক, হেফরর সন্তানবিলাক, আরু চমীদার সন্তানবিলাক, এইবিলাকর অংশ হল; এই সকলো আপোন আপোন গোষ্ঠী অনুসারে যোচেফর পুত্র মনচির পুত্রসন্তান আছিল। ৩ তথাপি মনচির বৃদ্ধ পরিনাতি, মাখীরর পরিনাতি গিলিয়দর নাতি, হেফরর পুতেক চলকাদর পুতেক নাছিল, কেবল কেইজনীমান জীয়েক আছিল; তেওঁর জীয়েকবিলাকর নাম এই, মহলা, নোৱা, হগ্‌লা, মিল্‌কা, আরু তির্চা। ৪ ইবিলাকে ইলিয়াজর পুরোহিত, নূনর পুত্র যিহোচূৱা, আরু অধ্যক্ষবিলাকর গুরিলৈ আহি কলে, আমার ভাইবিলাকর মাজত আমাকো এক আধিপত্য দিবলৈ যিহোৱাই মোচিক আজ্ঞা করিলে; তাতে যিহোৱার আজ্ঞা অনুসারে তেওঁ সিবিলাকর বাপেকর ভায়েকবিলাকর মাজত সিবিলাককো এক আধিপত্য দিলে। ৫ এতেকে যর্দ্দনর সিপারে থকা গিলিয়দ আরু বাচানর বাহিরে মনচির দহ ভাগ হল; ৬ কিয়নো পুত্র-সন্তানবিলাকর মাজত মনচির জীয়ারীবোরেও আধিপত্য পালে; আরু মনচির আন সন্তানবিলাকে গিলিয়দ দেশ পালে। ৭ মনচির সীমা আচেরর পরা চেখমর সম্মুখত থকা মিক্‌মথতলৈকে আছিল; পাছে সেই সীমা সোঁহাতে গৈ, অয়িন-তপ্পূহ-নিবাসীবিলাকর ওচরলৈকে গল। ৮ মনচিয়ে তপ্পূহ দেশ পালে; কিন্তু মনচির সীমাত থকা তপ্পূহ নগর ইফ্রয়িমর সন্তানবিলাকে পালে। ৯ সেই সীমা কান্না জুরীর দক্ষিণ পারলৈ নামি গল; মনচির নগরবোরর মাজর এইবোর নগর ইফ্রয়িমর অধিকার হল; আরু মনচির সীমা জুরীর উত্তরফালে আছিল, আরু তার অন্ত সমুদ্রত পড়িল। ১০ দক্ষিণফালে ইফ্রয়িমর আরু উত্তরফালে মনচির আধিপত্য আছিল, আরু সমুদ্রেই তার সীমা আছিল, আরু সিবিলাক দুয়ো উত্তরফালে আচেরর কৌব,

আৰু পূবফালে ইচাখৰৰ কোষ পালে। [১১] ইচাখৰৰ আৰু আচেৰৰ মাজৰ, উপনগৰে সৈতে বৈৎ-চান, উপনগৰে সৈতে যিব্লিয়াম, উপনগৰে সৈতে দোৰ-নিবাসীবিলাক, উপনগৰে সৈতে অয়িন-দোৰ-নিবাসী, উপনগৰে সৈতে তানক-নিবাসী, আৰু উপনগৰে সৈতে মগিদ্দো-নিবাসীবিলাক মনচিৰ অধিকাৰ আছিল; এই তিনিটা ওখ ঠাই আছিল। [১২] তথাপি মনচিৰ সন্তানবিলাকে সেই নগৰ-নিবাসীবিলাকক দূৰ কৰিব নোৱৰাত, কনানীয়া লোকে সেই দেশত থাকিবলৈ সাহ দিলে। [১৩] পাছে ইস্রায়েলৰ সন্তানবিলাকে পৰাক্ৰমী হৈ কনানীয়াহঁতক কাম কৰি দিব লগীয়া বন্দী কৰিলে, কিন্তু সিহঁতক নিচেইকৈ দূৰ কৰিব নোৱাৰিলে।

[১৪] পাছে যোচেফৰ বংশই যিহোচূৱাৰ আগত নিবেদন কৰি কলে, আপুনি আধিপত্যৰ অৰ্থে চিঠি খেলাই মোক কেৱল এক অংশ, কেৱল এক ভাগ কিয় দিলে? এই কাললৈকে যিহোৱাই মোক আশীৰ্ব্বাদ কৰাত, ময় বহুপ্ৰজা হৈছোঁ। [১৫] তাতে যিহোচূৱাই সিবিলাকক কলে, যদি তুমি বহুপ্ৰজা হৈছা, তেন্তে ইফ্ৰয়িম পৰ্ব্বত তোমাৰ নিমিত্তে ঠেক দেখি সেই কাঠনিলৈ উঠি গৈ তাত পৰিজ্জীয়াবিলাকৰ আৰু ৰফায়ীয়াবিলাকৰ দেশত আপোনাৰ নিমিত্তে গছ কাটি পেলোৱাগৈ। [১৬] তাতে যোচেফৰ সন্তানবিলাকে কলে, পৰ্ব্বতীয়া দেশে আমাক নাটে; আৰু উপনগৰে সৈতে বৈৎ-চান আৰু যিজ্ৰিয়েলৰ সমথল এই উভয়ত থকা সমথল-নিবাসী আটাই কনানীয়া লোকৰ লোহাৰ ৰথ আছে। [১৭] পাছে যিহোচূৱাই যোচেফৰ বংশক অৰ্থাৎ ইফ্ৰয়িম আৰু মনচিক কলে, তুমি বহু-প্ৰজা আৰু বড় শক্তিমন্ত; কেৱল এভাগে তোমালোকৰ নহব; [১৮] কিন্তু পৰ্ব্বতীয়া দেশো তোমাৰ হব; কিয়নো, সেয়ে কাঠনি হলেও তুমি তাক কাটি পেলাবা, আৰু তাৰ নামনী ভাগো তোমাৰ হব; কাৰণ, কনানীয়াহঁতৰ লোহাৰ ৰথ থাকিলেও, আৰু সিহঁত শক্তিমন্ত হলেও, তুমি সিহঁতক দূৰ কৰিব পাৰিবা।

**১৮** পাছে ইস্রায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীয়ে চীলোত গোট খাই, সেই ঠাইতে সাক্ষাৎ কৰা তাম্বু স্থাপন কৰিলে; সিবিলাকৰ আগত দেশ বশীভূত আছিল। [২] সেই কালত ইস্রায়েলৰ সন্তানবিলাকৰ মাজত আধিপত্য নোপোৱা সাত ফৈদ অৱশিষ্ট আছিল। [৩] পাছে যিহোচূৱাই ইস্রায়েলৰ সন্তানবিলাকক কলে, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰ ঈশ্বৰ যিহোৱাই তোমালোকক দিয়া দেশ অধিকাৰ কৰিবৰ অৰ্থে যাবলৈ তোমালোকে আৰু কিমান কাললৈ এলাহ কৰি থাকিবা? [৪] তোমালোকে আপোনাবিলাকৰ এক এক ফৈদৰ পৰা তিনি জন তিনি জন মানুহ বাচি লোৱা; ময় সিবিলাকক পঠাম; সিবিলাকে গৈ দেশৰ সকলো ফালে ফুৰি চাই আপোন আপোন আধিপত্য অনুসাৰে তাক লিখি লৈ মোৰ ওচৰলৈ আহিব। [৫] আৰু সিবিলাকে তাক সাত ভাগ কৰিব; দক্ষিণফালে আপোনাৰ সীমাত যিহুদা থাকিব, আৰু উত্তৰফালে আপোনাৰ সীমাত যোচেফৰ বংশ থাকিব। [৬] এই ৰূপে তোমালোকে দেশখন সাত অংশ কৰি তাৰ বৰ্ণনা লিখি মোৰ গুৰিলৈ আহিবা; ময় ইয়াত আমাৰ ঈশ্বৰ যিহোৱাৰ সাক্ষাতে তোমালোকৰ নিমিত্তে চিঠি খেলাম। [৭] কাৰণ তোমালোকৰ মাজত লেবীয়াবিলাকৰ কোনো ভাগ নাই; কিয়নো যিহোৱাৰ পুৰোহিত-পদেই সিবিলাকৰ আধিপত্য; গাদ, ৰূবেণ, আৰু মনচিৰ আধা ফৈদে যৰ্দ্দনৰ পূব পাৰে যিহোৱাৰ দাস মোচিয়ে দিয়া আপোন আপোন আধিপত্য পালে। [৮] পাছে সেই মানুহবিলাক উঠি গল; আৰু যিহোচূৱাই দেশৰ বৰ্ণনা লিখি আনিবলৈ যোৱাবিলাকক এই আজ্ঞা দি কলে, তোমালোকে গৈ দেশৰ সকলো ফালে ফুৰি দেশৰ বৰ্ণনা লিখি, পাছে মোৰ ওচৰলৈ উলটি আহিবা; তাতে ময় ইয়াত চীলোত যিহোৱাৰ সাক্ষাতে তোমালোকৰ নিমিত্তে চিঠি খেলাম। [৯] তাতে সেই মানুহবিলাকে গৈ দেশৰ সকলো ফালে ফুৰি, নগৰ অনুসাৰে সাত ভাগ কৰি, এটা বহিত তাৰ বৰ্ণনা লিখিলে; পাছে সিবিলাকে চীলোৰ ছাউনিলৈ যিহোচূৱাৰ গুৰিলৈ আহিল। [১০] তেতিয়া যিহোচূৱাই চীলোত যিহোৱাৰ সাক্ষাতে সিবিলাকৰ অৰ্থে চিঠি খেলালে; এই ৰূপে যিহোচূৱাই সেই ঠাইতে ইস্রায়েলৰ সন্তান-

বিলাকর ভাগ অনুসারে দেশ ভাগ করি সিবিলাকক দিলে।

[১১] তার পাছে চিঠি খেলাওঁতে, আপোন আপোন গোষ্ঠী অনুসারে এভাগ বিন্যামীনর সন্তানবিলাকর ফৈদর নামে উঠিল; সিবিলাকর অংশর সীমা যিহূদার সন্তানবিলাকর আরু যোচেফর সন্তানবিলাকর মাজত পড়িল। [১২] সিবিলাকর উত্তর ফালর সীমা যৰ্দ্দনর পরা; সেই সীমা যিরীহোর উত্তর কোষলৈ গৈ, পৰ্ব্বতর মাজেদি পশ্চিম ফাললৈ গৈ বৈৎ-আবনর অরণ্যত তার শেষ পড়িল; [১৩] তার পরা সেই সীমা লূজ অর্থাৎ বৈৎ-এলর দক্ষিণ দাঁতিলৈ গল, আরু তল বৈৎ-হোরোণর দক্ষিণে থকা পৰ্ব্বতেদি অটরোৎ-অদ্দরলৈ নামি গল। [১৪] তার পরা সেই সীমা থির করা হৈ, ঘুরি পশ্চিম-মুখ হৈ, বৈৎ-হোরোণর দক্ষিণে থকা পৰ্ব্বতর পরা দক্ষিণফালে গৈ, যিহূদার সন্তানবিলাকর নগর কিরিয়ৎ-বাল অর্থাৎ কিরিয়ৎ-যিয়ারীমত তার অন্ত পড়িল; এয়ে পশ্চিম সীমা। [১৫] আরু তার দক্ষিণ ফালর সীমা কিরিয়ৎ-যিয়ারীমর অন্তর পরা আছিল; আরু সেই সীমা পশ্চিমফালে ওলাই নেপ্তোহ নামেরে জল-ভুমুকত তার শেষ পড়িল; [১৬] আরু সেই সীমা বিন-হিন্নোমর উপত্যকার সম্মুখে আরু রফায়ীম পৰ্ব্বতর উত্তরফালে থকা পৰ্ব্বতর অন্তলৈকে নামি গৈ, হিন্নোমর উপত্যকাইদি যিবূচীর দক্ষিণ কোষলৈ নামি অয়িন-রোগেললৈ গল; [১৭] পাছে উত্তরফাললৈ থির করা হৈ অয়িন-চেমচত ওলাল, আরু অদুম্মীমলৈ উঠি যোৱা বাটর সম্মুখত থকা গলীলোতত ওলাল, আরু তার পরা রূবেণর সন্তান বোহনর শিলটোলৈকে নামি গল; [১৮] আরু উত্তরে অরাবার সম্মুখর কোষেদি গৈ অরাবালৈ নামি গল; [১৯] আরু সেই সীমা বৈৎ-হগ্লার উত্তর কোষলৈকে গৈ, উত্তর ফালর লবণসমুদ্রর জিবার আকৃতির ভাগত অর্থাৎ যৰ্দ্দনর দক্ষিণ মূরত অন্ত পড়িল। এয়ে দক্ষিণ সীমা। [২০] আরু পূবফালে যৰ্দ্দনেই তার সীমা আছিল। আপোন আপোন গোষ্ঠী অনুসারে বিন্যামীনর সন্তানবিলাকর চারিওফালে সেই সীমা থকা আধিপত্য এয়ে। [২১] আপোন আপোন গোষ্ঠী অনুসারে বিন্যামীনর সন্তানবিলাকর ফৈদর নগর এই, যিরীহো, বৈৎ-হগ্লা, এমক-কচীচ, [২২] বৈৎ-অরাবা, চমারয়িম, বৈৎ-এল, [২৩] অব্বীম, পারা, অফ্রা, [২৪] কফর-অম্মোনী, অফনী আরু গেবা, গাঁৱে সৈতে বারখন নগর; [২৫] গিবিয়োন, রামা, বেরোৎ, [২৬] মিস্পি, কফীরা, মোচা, [২৭] রেকম, যির্পেল, তরলা, [২৮] চেলা, এলফ, আরু যিবূচী অর্থাৎ যিরূচালেম, গিবিয়ৎ, আরু কিরিয়ৎ, গাঁৱে সৈতে চৌদ্ধখন নগর। আপোন আপোন গোষ্ঠী অনুসারে বিন্যামীনর সন্তানবিলাকর অধিপত্য এয়ে।

**১৯** পাছে চিঠি খেলাওঁতে, দ্বিতীয় অংশ চিমিয়োনর নামে, আপোন আপোন গোষ্ঠী অনুসারে চিমিয়োনর সন্তানবিলাকর ফৈদর নামে উঠিল; সিবিলাকর আধিপত্য যিহূদার সন্তানবিলাকর আধিপত্যর মাজতে হল। [২] সিবিলাকর আধিপত্যর মাজত বের-চেবা, বা চেবা, মোলদা, [৩] হচরচূৱাল, বালা, চম, [৪] ইল্‌তোলদ, বথূল, হৰ্মা, [৫] চিক্লগ, বৈৎ-মৰ্কাবোৎ, হচর-চূচা, [৬] বৈৎলবায়োৎ, আরু চারূহন, গাঁৱে সৈতে তেরখন নগর; [৭] ঐন, রিম্মোন, এথর, আরু আচন, গাঁৱে সৈতে চারিখন নগর; [৮] আরু বালৎ-বের অর্থাৎ দক্ষিণ অঞ্চলর রামালৈকে সেই সেই নগরর চারিওফালে থকা আটাই গাঁও। এয়েই আপোন আপোন গোষ্ঠী অনুসারে চিমিয়োনর সন্তানবিলাকর ফৈদর আধিপত্য। [৯] চিমিয়োনর সন্তানবিলাকর আধিপত্য যিহূদার সন্তানবিলাকর অংশর মাজত আছিল; কিয়নো যিহূদার সন্তানবিলাকর অংশ আপোনাবিলাকর প্রয়োজনতকৈ অধিক হৈছিল; এই কারণে চিমিয়োনর সন্তানবিলাকে সিবিলাকর আধিপত্যর মাজত আধিপত্য পালে।

[১০] পাছে আকৌ চিঠি খেলাওঁতে, আপোন আপোন গোষ্ঠী অনুসারে জবূলূনর সন্তানবিলাকর নামে তৃতীয় অংশ উঠিল। সিবিলাকর আধিপত্যর সীমা চারীদলৈকে হল; [১১] সিবিলাকর সীমা পশ্চিমফালে উঠি মরালালৈকে গল, আরু দব্বেচতত লাগি যক্নিয়ামর সম্মুখত থকা জুরীত লাগিলগৈ; [১২] আরু সেই সীমা চারীদর পরা পূব ফাললৈ সূৰ্য্য উদয় হোৱা পোনে ঘুরি, কিচলোৎ-তাবোরর সীমালৈকে গল; পাছে দাবরতত ওলাই যাফীয়ালৈকে উঠি গল; [১৩] আরু

তাৰ পৰা পুব ফাল হৈ গৎ-হেফৰ আৰু এৎ-কাচীনেদি গৈ, নেয়ালৈকে বিস্তৃত হোৱা ৰিম্মোনলৈ গল; [14] আৰু সেই সীমাই উত্তৰফালে তাক মেৰাই হন্নাথোনলৈকে গল, আৰু যিপ্তহ-এল উপত্যকাত তাৰ অন্ত হল; [15] আৰু কটৎ, নহলাল, চিম্ৰোণ, যিদালা, আৰু বৈৎ-লেহম, গাঁৱে সৈতে বাৰখন নগৰ। [16] এইবোৰ নগৰ আৰু এইবোৰৰ গাঁৱে সৈতে আপোন আপোন গোষ্ঠী অনুসাৰে জবূলূনৰ সন্তানবিলাকৰ আধিপত্য এয়ে।

[17] পাছে আকৌ চিঠি খেলাওঁতে, চতুৰ্থ অংশ ইচাখৰৰ নামে, আপোন আপোন গোষ্ঠী অনুসাৰে ইচাখৰৰ সন্তানবিলাকৰ নামে উঠিল। [18] সিবিলাকৰ সীমা যিজ্ৰিয়েল, কচুল্লোৎ, চূনেম, [19] হফাৰয়িম, চীয়োন, অনহৰৎ, [20] ৰব্বীৎ, কিচিয়োন, এবচ, [21] ৰেমৎ, অয়িন-গন্নীম, অয়িন-হদ্দা, আৰু বৈৎ-পচেচলৈ হল; [22] আৰু সেই সীমা তাবোৰ, চহচীমা, আৰু বৈৎ-চেমচত লাগিল; আৰু সিবিলাকৰ সীমাৰ অন্ত যৰ্দ্দনত পড়িল; আপোন আপোন গাঁৱে সৈতে ষোলখন নগৰ। [23] নগৰবোৰ আৰু সেইবোৰৰ গাঁৱে সৈতে আপোন আপোন গোষ্ঠী অনুসাৰে ইচাখৰৰ সন্তানবিলাকৰ ফৈদৰ আধিপত্য এয়ে।

[24] পাছে আকৌ চিঠি খেলাওঁতে, আপোন আপোন গোষ্ঠী অনুসাৰে আচেৰৰ সন্তানবিলাকৰ ফৈদৰ নামে পঞ্চম অংশ উঠিল। [25] সিবিলাকৰ সীমা হিল্কৎ, হলী, বেটন, অক্চফ, [26] অল্লম্মেলক, অমাদ, আৰু মিচাল আছিল; আৰু সেই সীমা পশ্চিমফালে কৰ্ম্মিল আৰু চীহোৰ-লিব্‌নতত লাগিল; [27] আৰু সেই সীমা সূৰ্য্য উদয় হোৱা ফালে ঘূৰি বৈৎ-দাগোনলৈ গল, আৰু বৈৎ-এমকৰ ও নীয়েলৰ উত্তৰফালে জবূলূন, আৰু যিপ্তহ-এল উপত্যকাত লাগি বাঁওফালে কাবূল, [28] এব্ৰোণ, ৰহোব, হম্মোন, কান্না, আৰু মহা-চীদোনলৈকে ওলাই গল; [29] পাছে তাৰ পৰা ঘূৰি ৰামা আৰু গড়েৰে আবৃত থকা তূৰ নগৰলৈ গল; পাছে আকৌ ঘূৰি হোচালৈ গৈ তাৰ অন্ত অক্জীবৰ অঞ্চলত সমুদ্ৰত পড়িল; [30] আৰু উম্মা, অফেক, আৰু ৰহোব; গাঁৱে সৈতে বাইশখন নগৰ। [31] এইবোৰ নগৰ আৰু এই-বোৰৰ গাঁৱে সৈতে, আপোন আপোন গোষ্ঠী অনুসাৰে আচেৰৰ সন্তানবিলাকৰ ফৈদৰ আধিপত্য এয়ে।

[32] পুনৰায় চিঠি খেলাওঁতে, নপ্তালীৰ সন্তানবিলাকৰ নামে, আপোন আপোন গোষ্ঠী অনুসাৰে নপ্তালীৰ সন্তানবিলাকৰ নামে ষষ্ঠ অংশ উঠিল। [33] সিবিলাকৰ সীমা হেলফ, চনন্নীমৰ ওচৰত থকা এলোন গছ, অদামী-ৰেকব, আৰু যব্‌নিয়েলৰ পৰা লক্কুমলৈ, আৰু যৰ্দ্দনত তাৰ অন্ত পড়িল; [34] আৰু সেই সীমা পশ্চিম ফাললৈ ঘূৰি অজনোৎ-তাবোৰলৈকে গল, আৰু তাৰ পৰা হুক্কোকলৈ গৈ দক্ষিণফালে জবূলূনত, পশ্চিমফালে আচেৰত, পুবফালে যিহূদাত যৰ্দ্দনৰ ওচৰত লাগিল। [35] আৰু গড়েৰে আবৃত নগৰ এই এই, চিদ্দীম, চেৰ, হম্মৎ, ৰক্কৎ, কিন্নেৰৎ, [36] অদামা, ৰামা, হাচোৰ, [37] কেদচ, ইদ্ৰেয়ী, আৰু অয়িন-হাচোৰ, [38] যিৰোণ, মিগ্‌দল-এল, হৰেম, বৈৎ-অনাৎ, আৰু বৈৎ-চেমচ, গাঁৱে সৈতে উনৈশখন নগৰ। [39] নগৰবোৰ আৰু সেই-বোৰৰ গাঁৱে সৈতে আপোন আপোন গোষ্ঠী অনুসাৰে নপ্তালীৰ সন্তানবিলাকৰ ফৈদৰ আধিপত্য এয়ে।

[40] পাছে আকৌ চিঠি খেলাওঁতে, আপোন আপোন গোষ্ঠী অনুসাৰে দানৰ সন্তানবিলাকৰ ফৈদৰ নামে সপ্তম অংশ উঠিল। [41] সিবিলাকৰ আধিপত্যৰ সীমা চৰা, ইষ্টায়োল, ঈৰ-চেমচ, [42] চাল্‌বীন, অয়ালোন, যিৎলা, [43] এলোন, তিম্না, ইক্ৰোণ, [44] ইল্‌তকি, গিব্বথোন, বালাৎ, [45] যীহূদ, বনে-বৰক, গৎ-ৰিম্মোন, [46] মে-যৰ্কোণ, ৰক্কোন, আৰু যাফোৰ সম্মুখে থকা অঞ্চল। [47] কিন্তু দানৰ সন্তানবিলাকৰ সেই সকলো ঠাই পাৰ হৈ গল; কিয়নো দানৰ সন্তানবিলাকে লেচমৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰি, তাক হাত কৰি ললে; আৰু তাৰ নিবাসীবোৰক তৰোৱালেৰে আঘাত কৰি, তাক অধিকাৰ কৰি তাত বসতি কৰিলে; আৰু আপোনাৰ পূৰ্ব্বপুৰুষ দানৰ নামেৰে লেচমৰ নামো দান ৰাখিলে। [48] এইবোৰ নগৰ আৰু এইবোৰৰ গাঁৱে সৈতে আপোন আপোন গোষ্ঠী অনুসাৰে দানৰ সন্তানবিলাকৰ ফৈদৰ আধিপত্য এয়ে।

[49] এই ৰূপে আপোন আপোন সীমা অনুসাৰে দেশ ভাগ বাঁটি এটাই ইস্ৰায়েলৰ সন্তান-

বিলাকে আপোনাবিলাকৰ মাজত নূনৰ পুত্ৰ যিহোচূৱাক এক আধিপত্য দিলে; [50] ইফ্ৰয়িম পৰ্ব্বতত থকা তেওঁ খোজা তিম্নৎ-চেৰহ নগৰ যিহোৱাৰ বাক্য অনুসাৰে সিবিলাকে তেওঁক দিলে; তাতে তেওঁ সেই নগৰ পুনৰায় সাজি তাত বাস কৰিলে।

[51] ইলিয়াজৰ পুৰোহিত, নূনৰ পুত্ৰ যিহোচূৱা, আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ ফৈদবোৰৰ পিতৃ-বংশৰ মূল মানুহে চীলোত যিহোৱাৰ আগত সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত চিঠি খেলাই অধিকাৰৰ অৰ্থে ভাগ বাঁটি দিয়া আধিপত্য এইবোৰ। এই ৰূপে সিবিলাকে দেশ ভাগ কৰি এঁটালে।

### আশ্ৰয়-নগৰ নিৰূপণ কৰা।

**২০** পাছে যিহোৱাই যিহোচূৱাক কলে, [2] তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, যি মানুহে অকস্মাৎ অজ্ঞানত কোনোক বধ কৰিব, সেই মানুহ-বধী পলাবৰ নিমিত্তে, যি আশ্ৰয়-নগৰৰ কথা ময় মোচিৰ দ্বাৰায় তোমালোকক কৈছিলোঁ, [3] তোমালোকে আপোনাবিলাকৰ নিমিত্তে সেই নগৰ নিৰূপণ কৰা; তাতে সেই-বোৰ, ৰক্তপাতৰ প্ৰতিকাৰসাধকৰ পৰা তোমালোকে ৰক্ষা পোৱা ঠাই হব। [4] আৰু সেই মানুহে সেইবোৰ নগৰৰ মাজৰ কোনো নগৰলৈ পলাই গৈ, নগৰৰ দুৱাৰমুখত থিয় হৈ নগৰৰ বৃদ্ধবিলাকে শুনাকৈ আপোনাৰ কথা কব; পাছে সিবিলাকে নগৰৰ ভিতৰত আপোনাবিলাকৰ গুৰিলৈ তাক নি, আপোনাবিলাকৰ মাজত বাস কৰিবলৈ ঠাই দিব। [5] আৰু ৰক্তপাতৰ প্ৰতিকাৰসাধকে তাৰ পাছে পাছে খেদি গলে, সিবিলাকে তাৰ হাতত সেই মানুহ-বধীক সোধাই নিদিব; কিয়নো সি অজ্ঞানৰূপে আপোনাৰ চুবুৰীয়াক বধ কৰিলে, আগেয়ে তালৈ তাৰ হিংসা নাছিল। [6] এতেকে, বিচাৰৰ অৰ্থে সি মণ্ডলীৰ সাক্ষাতে থিয় নহয়মানলৈকে, আৰু সেই কালৰ মহা-পুৰোহিতৰ মৃত্যু নোহোৱালৈকে, সি সেই নগৰতে বাস কৰিব; পাছে সেই মানুহ-বধীয়ে যি নগৰৰ পৰা পলাই আহিছিল, আপোনাৰ সেই নগৰ আৰু নিজৰ ঘৰলৈ উলটি যাব। [7] তাতে সিবিলাকে নপ্তালী পৰ্ব্বতৰ গালীলত কেদচ, ইফ্ৰয়িম পৰ্ব্বতত চিখিম, আৰু যিহূদা পৰ্ব্বতত কিৰিয়ৎ-অৰ্ব্ব অৰ্থাৎ হিব্ৰোণ পৃথক কৰিলে। [8] আৰু যৰ্দ্দনৰ সিপাৰে যিৰীহোৰ পূবফালে ৰূবেণ ফৈদৰ ভিতৰত সমথলৰ অৰণ্যত বেচৰ, গাদ ফৈদৰ ভিতৰত গিলিয়দত ৰামোৎ, আৰু মনচি ফৈদৰ ভিতৰত বাচানত গোলন নিৰূপণ কৰিলে। [9] কোনোৱে অজ্ঞানৰূপে মানুহ বধ কৰিলে, মণ্ডলীৰ সাক্ষাতে সি থিয় নহয়মানে, সেই ঠাইলৈ পলাই গৈ যেন প্ৰতিকাৰসাধকৰ হাতত মৰা নপড়ে, এই নিমিত্তে ইস্ৰায়েলৰ আটাই সন্তানবিলাকৰ কাৰণে, আৰু সিবিলাকৰ মাজত বসতি কৰা বিদেশী লোকৰ নিমিত্তেও নিৰূপণ কৰা নগৰ এইবোৰ।

### লেবিয়াবিলাকৰ নগৰ নিৰূপণ কৰা।

**২১** পাছে লেবীয়াবিলাকৰ পিতৃ-বংশৰ মূল মানুহবিলাকে ইলিয়াজৰ পুৰোহিতৰ, নূনৰ পুত্ৰ যিহোচূৱাৰ, আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ ফৈদবোৰৰ পিতৃ-বংশৰ মূল মানুহবিলাকৰ ওচৰলৈ আহিল, [2] আৰু কনান দেশৰ চীলোত সিবিলাকক কলে, আমি থাকিবৰ অৰ্থে নগৰ, আৰু পশুবোৰ চৰাবৰ নিমিত্তে তাৰ চৰণী ঠাই দিয়াৰ আজ্ঞা যিহোৱাই মোচিৰ দ্বাৰায় দিছিল। [3] তাতে যিহোৱাৰ আজ্ঞাৰ দৰে ইস্ৰায়েলৰ সন্তানবিলাকে আপোন আপোন আধিপত্যৰ পৰা লেবীয়াবিলাকক এই এই নগৰ, আৰু সেই-বোৰৰ চৰণী ঠায়ো দিলে।

[4] চিঠি খেলাওঁতে কহাতীয়া গোষ্ঠীৰ নামে উঠিলত, লেবীয়াবিলাকৰ মাজৰ হাৰোণ পুৰোহিতৰ সন্তানবিলাকে চিঠিখেলৰ দ্বাৰায় যিহূদা ফৈদৰ, চিমিয়োন ফৈদৰ, আৰু বিন্যামীন ফৈদৰ পৰা তেৰখন নগৰ পালে।

[5] আৰু কহাতৰ অৱশিষ্ট সন্তানবিলাকে চিঠিখেলৰ দ্বাৰায় ইফ্ৰয়িম ফৈদৰ গোষ্ঠীবিলাকৰ পৰা, দান ফৈদৰ আৰু মনচিৰ আধা ফৈদৰ পৰা দহখন নগৰ পালে।

[6] আৰু গেৰ্চোনৰ সন্তানবিলাকে চিঠিখেলৰ দ্বাৰায় ইচাখৰ ফৈদৰ গোষ্ঠীবিলাকৰ পৰা, আচেৰ ফৈদৰ আৰু নপ্তালী ফৈদৰ পৰা, আৰু বাচানত থকা মনচিৰ আধা ফৈদৰ পৰা তেৰখন নগৰ পালে।

[৭] আৰু মৰাৰীৰ সন্তানবিলাকে আপোন আপোন গোষ্ঠী অনুসাৰে ৰূবেণ ফৈদৰ, গাদ ফৈদৰ, আৰু জবূলূন ফৈদৰ পৰা বাৰখন নগৰ পালে।

[৮] এই ৰূপে মোচিৰ দ্বাৰায় যিহোৱাই আজ্ঞা কৰাৰ দৰে ইস্ৰায়েলৰ সন্তানবিলাকে চিঠিখেলৰ দ্বাৰায় লেবীয়া লোকবিলাকক সেইবোৰ নগৰ আৰু সেইবোৰৰ চৰণী ঠাই দিলে। [৯] পাছে সিবিলাকে যিহূদাৰ সন্তানবিলাকৰ ফৈদৰ পৰা আৰু চিমিয়োনৰ সন্তানবিলাকৰ ফৈদৰ পৰা ইয়াত নাম কোৱা এই এই নগৰ দিলে; [১০] এই নগৰ লেবীৰ সন্তান কহাতীয়া গোষ্ঠীবিলাকৰ মাজত থকা হাৰোণৰ সন্তানবিলাকৰ হল, কিয়নো সিবিলাকৰ নামে প্ৰথমেই উঠিল। [১১] ইস্ৰায়েলৰ সন্তানবিলাকে সিবিলাকক যিহূদাৰ পৰ্ব্বতীয়া অঞ্চলত চাৰিওফালৰ চৰণী ঠায়ে সৈতে কিৰিয়ৎ-অৰ্ব্ব অৰ্থাৎ হিব্ৰোণ দিলে; সেই অৰ্ব্ব অনাকৰ পিতৃ আছিল। [১২] কিন্তু সেই নগৰৰ পথাৰ আৰু তাৰ গাঁওবোৰ সিবিলাকে আধিপত্যৰ অৰ্থে যিফুন্নিৰ পুত্ৰ কালেবক দিলে।

[১৩] সিবিলাকে হাৰোণ পুৰোহিতৰ সন্তানবিলাকক চৰণী ঠায়ে সৈতে মানুহ বধীৰ আশ্ৰয়-নগৰ হিব্ৰোণ, আৰু চৰণী ঠায়ে সৈতে লিব্না, [১৪] চৰণী ঠায়ে সৈতে যত্তীৰ, চৰণী ঠায়ে সৈতে ইষ্টমোৱা, [১৫] চৰণী ঠায়ে সৈতে হোলোন, চৰণী ঠায়ে সৈতে দবীৰ, [১৬] চৰণী ঠায়ে সৈতে ঐন, চৰণী ঠায়ে সৈতে যুত্তা, আৰু চৰণী ঠায়ে সৈতে বৈৎ-চেমচ, সেই দুই ফৈদৰ পৰা এই নখন নগৰ দিলে। [১৭] আৰু বিন্যামীন ফৈদৰ পৰা চৰণী ঠায়ে সৈতে গিবিয়োন, চৰণী ঠায়ে সৈতে গেবা, [১৮] চৰণী ঠায়ে সৈতে অনাথোৎ, আৰু চৰণী ঠায়ে সৈতে অল্মোন এই চাৰিখন নগৰ দিলে। [১৯] আপোন আপোন চৰণী ঠায়ে সৈতে সৰ্ব্বমোট তেৰখন নগৰ হাৰোণৰ সন্তান পুৰোহিতবিলাকে পালে।

[২০] আৰু কহাতৰ অৱশিষ্ট সন্তানবিলাকে, অৰ্থাৎ কহাতৰ সন্তান লেবীয়া গোষ্ঠীবিলাকে ইফ্ৰয়িম ফৈদৰ পৰা আপোন আধিপত্য-নগৰ পালে। [২১] ইস্ৰায়েলৰ সন্তানবিলাকে চৰণী ঠায়ে সৈতে মানুহ-বধীৰ আশ্ৰয়-নগৰ ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত থকা চিখিম, চৰণী ঠায়ে সৈতে গেজৰ, চৰণী ঠায়ে সৈতে কিব্চয়িম, [২২] আৰু চৰণী ঠায়ে সৈতে বৈৎ-হোৰোণ, এই চাৰিখন নগৰ দিলে। [২৩] আৰু দান ফৈদৰ পৰা চৰণী ঠায়ে সৈতে ইল্তকি, চৰণী ঠায়ে সৈতে গিব্বথোন, [২৪] চৰণী ঠায়ে সৈতে অয়ালোন, চৰণী ঠায়ে সৈতে গৎ-ৰিম্মোন, এই চাৰিখন নগৰ দিলে। [২৫] আৰু মনচিৰ আধা ফৈদৰ পৰা চৰণী ঠায়ে সৈতে তানক, আৰু চৰণী ঠায়ে সৈতে গৎ-ৰিম্মোন এই দুখন নগৰ সিবিলাকক দিলে। [২৬] কহাতৰ অৱশিষ্ট সন্তানবিলাকৰ গোষ্ঠীবিলাকে আপোন আপোন চৰণী ঠায়ে সৈতে সৰ্ব্বমোট দহখন নগৰ পালে।

[২৭] পাছে সিবিলাকে লেবীয়াবিলাকৰ গোষ্ঠীবোৰৰ মাজৰ গেৰ্চোনৰ সন্তানবিলাকক মনচিৰ আধা ফৈদৰ পৰা, চৰণী ঠায়ে সৈতে মানুহ-বধীৰ আশ্ৰয়-নগৰ বাচানত থকা গোলন, আৰু চৰণী ঠায়ে সৈতে বেষ্টৰা এই দুখন নগৰ দিলে। [২৮] আৰু ইচাখৰ ফৈদৰ পৰা, চৰণী ঠায়ে সৈতে কিচিয়োন, চৰণী ঠায়ে সৈতে দাবৰৎ, [২৯] চৰণী ঠায়ে সৈতে যৰ্মূৎ, চৰণী ঠায়ে সৈতে অয়িন-গন্নীম, এই চাৰিখন নগৰ দিলে। [৩০] আৰু আচেৰ ফৈদৰ পৰা, চৰণী ঠায়ে সৈতে মিচাল, চৰণী ঠায়ে সৈতে অব্দোন, [৩১] চৰণী ঠায়ে সৈতে হিল্কৎ, আৰু চৰণী ঠায়ে সৈতে ৰহোব, এই চাৰিখন নগৰ দিলে। [৩২] আৰু নপ্তালী ফৈদৰ পৰা, চৰণী ঠায়ে সৈতে মানুহ-বধীৰ আশ্ৰয়-নগৰ গালীলত থকা কেদচ, চৰণী ঠায়ে সৈতে হম্মোৎ-দোৰ, আৰু চৰণী ঠায়ে সৈতে কৰ্তন, এই তিনিখন নগৰ দিলে। [৩৩] আপোন আপোন গোষ্ঠী অনুসাৰে গেৰ্চোনীয়াবিলাকে আপোন আপোন চৰণী ঠায়ে সৈতে সৰ্ব্বমোট তেৰখন নগৰ পালে।

[৩৪] পাছে সিবিলাকে মৰাৰীৰ সন্তানবিলাকৰ গোষ্ঠীবোৰক অৰ্থাৎ অৱশিষ্ট লেবীয়াবিলাকক জবূলূন ফৈদৰ পৰা, চৰণী ঠায়ে সৈতে যক্নিয়াম, চৰণী ঠায়ে সৈতে কৰ্তা, [৩৫] চৰণী ঠায়ে সৈতে দিম্না, চৰণী ঠায়ে সৈতে নহলাল, এই চাৰিখন নগৰ দিলে। [৩৬] আৰু ৰূবেণ ফৈদৰ পৰা, চৰণী ঠায়ে সৈতে বেচৰ, চৰণী ঠায়ে সৈতে যহচ, [৩৭] চৰণী ঠায়ে সৈতে কদেমোৎ, আৰু চৰণী ঠায়ে সৈতে মেফাৎ, এই চাৰিখন নগৰ দিলে।

৩৮ আৰু গাদ ফৈদৰ পৰা, চৰণী ঠাঁয়ে সৈতে মানুহ-বধীৰ আশ্ৰয়-নগৰ গিলিয়দত থকা ৰামোৎ, চৰণী ঠাঁয়ে সৈতে মহনয়িম, ৩৯ চৰণী ঠাঁয়ে সৈতে হিচ্‌বোন, আৰু চৰণী ঠাঁয়ে সৈতে যাজেৰ, এই চাৰিখন নগৰ দিলে। ৪০ লেবীয়াবিলাকৰ অৱশিষ্ট গোষ্ঠীবোৰৰ, অৰ্থাৎ মৰাৰীৰ সন্তানবিলাকৰ আপোন আপোন গোষ্ঠী অনুসাৰে এইবোৰ নগৰ হল ; সিবিলাকে চিঠিখেলৰ দ্বাৰায় বাৰখন নগৰ পালে।

৪১ ইস্রায়েলৰ সন্তানবিলাকৰ আধিপত্যৰ মাজত থকা লেবীয়াবিলাকৰ আটাই নগৰ চৰণী ঠাঁয়ে সৈতে সৰ্ব্বমোট আঁঠচল্লিশখন নগৰ আছিল। ৪২ সেইবোৰৰ প্ৰত্যেক নগৰৰ চাৰিওকোষে চৰণী ঠাই আছিল ; সকলো নগৰ সেই ৰূপেই আছিল।

৪৩ এই ৰূপে, যিহোৱাই ইস্রায়েল লোকৰ পূৰ্ব্বপুৰুষবিলাকৰ আগত যি দেশ দিম বুলি শপথ কৰিছিল, সেই গোটেই দেশ তেওঁ সিবিলাকক দিলে ; আৰু সিবিলাকে তাক অধিকাৰ কৰি তাৰ মাজত নিবাস কৰিলে। ৪৪ যিহোৱাই সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকৰ আগত শপথ কৰাৰ দৰে চাৰিওফালে তেওঁ সিবিলাকক জিৰণি দিলে ; সিবিলাকৰ শত্ৰুবোৰৰ মাজৰ কোনেও সিবিলাকৰ আগত থিয় হব নোৱাৰিলে ; যিহোৱাই সিবিলাকৰ সকলো শত্ৰুক সিবিলাকৰ হাতত দিলে। ৪৫ যিহোৱাই ইস্রায়েল-বংশলৈ যি যি মঙ্গলৰ বাক্য কৈছিল, তাৰ মাজৰ এটী বাক্যও নিষ্ফল নহল ; সকলোবিলাক সিদ্ধ হল।

### ইস্রায়েলৰ আঢ়ৈ ফৈদ আপোন আধিপত্যলৈ উলটি যোৱা।

**২২.** সেই কালত যিহোচূৱাই ৰূবেণীয়া ও গাদীয়াবিলাকক, আৰু মনচিৰ আধা ফৈদক মতাই আনি কলে, ২ যিহোৱাৰ দাস মোচিয়ে তোমালোকক যি যি আজ্ঞা দিছিল, তাক তোমালোকে পালন কৰি আহিছা ; আৰুময়ো তোমালোকক যি যি আজ্ঞা কৰিলোঁ, সেই সকলোতে মোৰ বাক্যলৈ কাণ দিলা। ৩ বহুদিনৰ পৰা আজিলৈকে তোমালোকে আপোন ভাইবিলাকক ত্যাগ নকৰি, আপোন ঈশ্বৰ যিহোৱাৰ আজ্ঞা পালন কৰি আহিছাহঁক। ৪ এতিয়া তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকৰ ভাইবিলাকক কোৱাৰ দৰে, সিবিলাকক জিৰণি দিলে ; এতেকে এতিয়া তোমালোকে ঘূৰি, আপোন আপোন তাম্বুলৈ, যিহোৱাৰ দাস মোচিয়ে যৰ্দ্দনৰ সিপাৰে তোমালোকক দিয়া আধিপত্যৰ দেশলৈ যোৱা। ৫ কিন্তু, যিহোৱাৰ দাস মোচিয়ে তোমালোকক আদেশ কৰা আজ্ঞা আৰু ব্যৱস্থাৰ দৰে কাৰ্য্য কৰিবলৈ, ঈশ্বৰ যিহোৱাক প্ৰেম কৰিবলৈ, তেওঁৰ পথত সকলোভাৱে চলিবলৈ, তেওঁৰ আজ্ঞাবোৰ পালন কৰিবলৈ, তেওঁত আসক্ত হবলৈ, আৰু সকলো মন ও সকলো প্ৰাণেৰে তেওঁৰ আৰাধনা কৰিবলৈ যত্নবান হবা মাথোন। ৬ এই ৰূপে, যিহোচূৱাই সিবিলাকক আশীৰ্ব্বাদ কৰি বিদায় দিলত, সিবিলাক আপোন আপোন তাম্বুলৈ গল।

৭ মোচিয়ে মনচিৰ আধা ফৈদক বাচানত আধিপত্য দিছিল ; কিন্তু তাৰ আন আধা ফৈদক যিহোচূৱাই যৰ্দ্দনৰ পশ্চিম পাৰে আপোন ভাইবিলাকৰ মাজত আধিপত্য দিছিল। ৮ আৰু আপোন আপোন তাম্বুলৈ বিদায় দিয়া সময়ত, যিহোচূৱাই সিবিলাকক আশীৰ্ব্বাদ দি কলে, তোমালোকে জাকে জাকে পশু, আৰু ৰূপ, সোণ, পিত্তল, লো, আৰু বহুৎ কাপৰ আদি সম্পত্তি লগত লৈ, আপোন আপোন তাম্বুলৈ উলটি যোৱা ; শত্ৰুৰ পৰা লুট কৰি অনা বস্তুবোৰ আপোন ভাইবিলাকে সৈতে ভাগ বাঁটি লোৱাগৈ।

৯ তেতিয়া ৰূবেণৰ ও গাদৰ সন্তানবিলাকে, আৰু মনচিৰ আধা ফৈদে কনান দেশৰ চীলোৰ পৰা, ইস্রায়েলৰ সন্তানবিলাকৰ পৰা বিদায় হৈ, মোচিৰ দ্বাৰায় কোওৱা যিহোৱাৰ বাক্য অনুসাৰে পোৱা আপোনাৰ আধিপত্য গিলিয়দ দেশলৈ ঘূৰি যাবলৈ ধৰিলে। ১০ পাছে সিবিলাকে কনান দেশত থকা যৰ্দ্দনৰ অঞ্চল পালত, ৰূবেণৰ ও গাদৰ সন্তানবিলাকে, আৰু মনচিৰ আধা ফৈদে সেই ঠাইতে যৰ্দ্দনৰ দাঁতিত এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে ; সেই বেদি দেখিবলৈ বৰ ডাঙৰ আছিল। ১১ তেতিয়া ইস্রায়েলৰ সন্তানবিলাকে শুনিলে, যে, দেখা, ৰূবেণৰ ও গাদৰ সন্তানবিলাকে, আৰু মনচিৰ আধা ফৈদে কনান

দেশর সম্মুখত যৰ্দ্দনর অঞ্চলত ইস্রায়েলর সন্তানবিলাকে অধিকার করা পারত এটা যজ্ঞবেদি নিৰ্ম্মাণ করিলে। ১২ ইস্রায়েলর সন্তানবিলাকে সেই কথা শুনিলত, ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলীয়ে সিবিলাকর বিরুদ্ধে যুদ্ধযাত্রা করিবর নিমিত্তে চীলোত গোট খালে।

১৩ পাছে ইস্রায়েলর সন্তানবিলাকে রূবেণর ও গাদর সন্তানবিলাকর, আরু মনচির আধা ফৈদর গুরিলৈ ইলিয়াজর পুরোহিতর পুত্র পীনহচক, ১৪ আরু ইস্রায়েলর প্রত্যেক ফৈদর পিতৃ-বংশর পরা এজন এজন অধ্যক্ষ এই রূপে দহ জন অধ্যক্ষ তেওঁর লগত গিলিয়দ দেশলৈ পঠাই দিলে; সিবিলাকর প্রতিজন ইস্রায়েলর গোষ্ঠীবিলাকর মাজত আপোন আপোন পিতৃ-বংশর মূল মানুহ আছিল। ১৫ পাছে তেওঁবিলাকে গিলিয়দ দেশলৈ রূবেণর ও গাদর সন্তানবিলাকর, আরু মনচির আধা ফৈদর ওচরলৈ গৈ, সিবিলাকক এই কথা কলে, ১৬ যিহোৱার গোটেই মণ্ডলীয়ে এই কথা কৈছে, আজি যিহোৱার অহিতে বিদ্রোহী হবর মনেরে, তোমালোকে আপোনাবিলাকর অৰ্থে এটা যজ্ঞবেদি নিৰ্ম্মাণ করি, যিহোৱার পাছত চলিবলৈ আজি বিমুখ হৈ, তোমালোকে ইস্রায়েলর ঈশ্বরর বিরুদ্ধে যে সত্যলঙ্ঘন করিলা, ই কি কথা? ১৭ যিহোৱার মণ্ডলীর ভিতরত মহামারী হোৱাতো, যি অপরাধর পরা আমি আজিলৈকে আপোনাবিলাকক শুচি করা নাই, পিয়োরবিষয়ক সেই অপরাধ তোমালোকে সরু বুলি ভাবিছা নে, ১৮ যে তোমালোকে যিহোৱার পাছত চলিবলৈ আজি বিমুখ হব খুজিছা? তোমালোকে আজি তেওঁর বিরুদ্ধে বিদ্রোহী হোৱাত, তেওঁ কাইলৈ ইস্রায়েলর গোটেই মণ্ডলীলৈ ক্রোধ করিব। ১৯ আরু কওঁ, তোমালোকর আধিপত্যর দেশ যদি অশুচি হয়, তেন্তে পার হৈ, যিহোৱার আবাস থকা, যিহোৱাই অধিকার করা দেশলৈ আহি আমার মাজত আধিপত্য গ্রহণ করা; কিন্তু আমার ঈশ্বর যিহোৱার যজ্ঞবেদির বাহিরে আন যজ্ঞবেদি নিৰ্ম্মাণ করি যিহোৱার আরু আমারো বিদ্রোহী নহবাহঁক। ২০ জেরহর পুত্রেক আখনে বৰ্জ্জিত বস্তুর কথাত দোষ করিলত, ইস্রায়েলর গোটেই মণ্ডলীলৈ জানো ঈশ্বরর ক্রোধ নহৈছিল? সেই মানুহ আপোন অপরাধত অকলে বিনষ্ট নহল।

২১ তেতিয়া রূবেণর ও গাদর সন্তানবিলাকে, আরু মনচির আধা ফৈদে ইস্রায়েলর গোষ্ঠীবিলাকর মূল মানুহবিলাকক এই উত্তর দিলে, ২২ ঈশ্বরবিলাকর ঈশ্বর যিহোৱাই, ঈশ্বরবিলাকর ঈশ্বর যিহোৱায়েই জানে, আরু ইস্রায়েলেও জানিব; স্বরূপেই যে আমি বিদ্রোহীভাবে, বা যিহোৱার আগত সত্যলঙ্ঘন করি, (আজি তুমি আমাক রক্ষা নকরিবা,) ২৩ যিহোৱার পাছত চলিবলৈ বিমুখ হবর অৰ্থে, বা হোম কি নৈবেদ্য উৎসর্গ করিবর অৰ্থে, বা মঙ্গলাৰ্থক বলিদান করিবর নিমিত্তে যজ্ঞবেদি নিৰ্ম্মাণ করিলোঁ, সেয়ে নহয়; যদি করিলোঁ, তেন্তে যিহোৱাই নিজে তার প্রতিশোধ লওক। ২৪ স্বরূপেই আমি এটা বিশেষ কথার আশঙ্কাতহে ইয়াকে করিলোঁ; অৰ্থাৎ আগলৈ তোমালোকর সন্তানবিলাকে আমার সন্তানবিলাকক কব, ইস্রায়েলর ঈশ্বর যিহোৱারে সৈতে তোমালোকর কি সম্পর্ক? ২৫ কিয়নো হে রূবেণর সন্তানবিলাক, হে গাদর সন্তানবিলাক, তোমালোক আরু আমার মাজত যিহোৱাই যৰ্দ্দনক সীমা করি রাখিছে, যিহোৱাত তোমালোকর কোনো ভাগ নাই, এই বুলি কৈ পাছে জানো তোমালোকর সন্তানবিলাকে আমার সন্তানবিলাকক যিহোৱার ভয়র পরা এরুৱাব। ২৬ এই হেতুকে আমি কলোঁ, আহাঁ, আমি এটা বেদি নিৰ্ম্মাণ করিবলৈ ধরোঁহঁক; সেই বেদি হোম বা আন বলিদানর অৰ্থে নহব। ২৭ কিন্তু আমার হোমবলি, আন আন বলি, আরু মঙ্গলাৰ্থক বলিদানর দ্বারায় যিহোৱার সাক্ষাতে তেওঁর আরাধনা করিবলৈ আমার যে অধিকার আছে, এয়ে তোমালোকর আরু আমার মাজত, আরু আমার পাছত আমার ভাবি-বংশর মাজত ইয়ার সাক্ষী হব; ভাতে, যিহোৱাত তোমালোকর কোনো ভাগ নাই, এনে কথা ভবিষ্যতে তোমালোকর সন্তানবিলাকে আমার সন্তানবিলাকক কব নোৱারিব। ২৮ এই হেতুকে আমি কলোঁ, সিবিলাকে যদি আমাক, বা আমার ভাবি-বংশক এনে কথা আগলৈ কব, তেন্তে, আমি এই উত্তর দিম, আমার ওপর-পিতৃবিলাকে নিৰ্ম্মাণ করা যিহোৱার যজ্ঞবেদির নমুনা দেখা;

সিবিলাকে হোম বা আন বলিদানর অৰ্থে নিৰ্ম্মাণ করা বেদি নহয়, কিন্তু সেয়ে তোমালোক আৰু আমার মাজত সাক্ষ্য মাত্র। [২৯] আমি যে হোম বা নৈবেদ্য, বা বলিদানর অৰ্থে, আপোনাবিলাকর ঈশ্বর যিহোৱাই নিবাস করা গৃহর আগত থকা তেওঁর যজ্ঞবেদির বাহিরে আন যজ্ঞবেদি নিৰ্ম্মাণ করি যিহোৱার বিদ্রোহী হব খুজিছোঁ, বা যিহোৱার পাছত চলিবলৈ আজি বিমুখ হব খুজিছোঁ, এনে কথা আমার পরা দূর হওক।

[৩০] যেতিয়া পীনহচ পুরোহিত আৰু মণ্ডলীর অধ্যক্ষবিলাকে, তেওঁর লগর ইস্রায়েলর গোষ্ঠীবিলাকর মূল মানুহবিলাকে রূবেণর, গাদর, আৰু মনচির সন্তানবিলাকর এই কথা শুনিলে, তেতিয়া তেওঁবিলাকে বড় সন্তোষ পালে। [৩১] আৰু ইলিয়াজর পুরোহিতর পুত্র পীনহচে রূবেণর, গাদর, আৰু মনচির সন্তানবিলাকক কলে, তোমালোকে যিহোৱার বিরুদ্ধে যে সেই অপরাধ করা নাই, ইয়াতে আমি আজি জানিলোঁ, যে, যিহোৱা আমার মাজত আছে; এতিয়া তোমালোকে ইস্রায়েলর সন্তানবিলাকক যিহোৱার হাতর পরা উদ্ধার করিলা। [৩২] পাছে ইলিয়াজর পুরোহিতর পুত্র পীনহচে, আৰু অধ্যক্ষবিলাকে রূবেণর ও গাদর সন্তানবিলাকর পরা বিদায় হৈ, গিলিয়দ দেশর পরা কনান দেশলৈ, ইস্রায়েলর সন্তানবিলাকর ওচরলৈ উলটি আহি, সিবিলাকক বাৰ্ত্তা দিলেহি। [৩৩] তাতে ইস্রায়েলর সন্তানবিলাকে সেই কথাত সন্তোষ পালে, আৰু ইস্রায়েলর সন্তানবিলাকে ঈশ্বরর ধন্যবাদ করিলে; আৰু রূবেণর ও গাদর সন্তানবিলাক থকা দেশ বিনষ্ট করিবর অৰ্থে, সিবিলাকর বিরুদ্ধে যুদ্ধযাত্রা করার কথা আৰু নকলে। [৩৪] পাছে রূবেণর ও গাদর সন্তানবিলাকে সেই বেদির নাম এদ [সাক্ষী] রাখিলে; কিয়নো সিবিলাকে কলে, যিহোৱাই যে ঈশ্বর, এয়ে আমার মাজত সাক্ষী।

### যিহোচূৱার বিদায়-বক্তৃতা, তেওঁর আৰু ইলিয়াজরর মৃত্যু।

২৩ এই রূপে যিহোৱাই ইস্রায়েলক সিবিলাকর চারিওফালে থকা আটাই শত্রুর পরা জিরণি দিলত, বহুকালর পাছে যিহোচূৱা যেতিয়া বুঢ়া আৰু অতিশয় বৃদ্ধ হল, [২] তেতিয়া তেওঁ গোটেই ইস্রায়েলক, সিবিলাকর বৃদ্ধ আৰু অধ্যক্ষবিলাকক, বিচারকৰ্ত্তা আৰু বিষয়াবিলাকক, মতাই নি সিবিলাকক কলে, ময় বুঢ়া আৰু অতিশয় বৃদ্ধ হলোঁ। [৩] তোমালোকর ঈশ্বর যিহোৱাই তোমালোকর কারণে এই সকলো জাতিলৈ যি যি করিলে, তাক তোমালোকে দেখি আছা; কিয়নো তোমালোকর ঈশ্বর যিহোৱাই নিজে তোমালোকর পক্ষে যুদ্ধ করিলে। [৪] দেখা, যি যি জাতিক ময় উচ্ছন্ন করিলোঁ, সিহঁতর দেশে সৈতে, যৰ্দ্দনর পরা সূৰ্য্য মার যোৱা ফালে মহা-সমুদ্রলৈকে, সকলো অবশিষ্ট থকা জাতির দেশ ময় তোমালোকর ফৈদবোরর আধিপত্যর অৰ্থে চিঠিখেলর দ্বারায় তোমালোকক ভাগ বাঁটি দিলোঁ। [৫] তোমালোকর ঈশ্বর যিহোৱাই তোমালোকর আগর পরা সিহঁতক গঁতিয়াই পঠাব, আৰু তোমালোকর চকুর আগর পরা সিহঁতক দূর করিব; তাতে, তোমালোকর ঈশ্বর যিহোৱাই তোমালোকক কোৱার দরে, তোমালোকে সিহঁতর দেশ অধিকার করিবা। [৬] এতেকে, তোমালোকে মোচির ব্যবস্থা-পুস্তকর পরা সোঁ কি বাঁওফালে যেন নুঘুরা, [৭] তোমালোকর মাজত অবশিষ্ট থকা এই জাতিবিলাকর মাজত নোসোমোৱা, সিহঁতর দেৱতার নাম নোলোৱা, সেইবোরর নামেরে শপথ নকরা, সেইবোরক পূজা নকরা, আৰু সেইবোরর আগত প্রণিপাত নকরা, [৮] কিন্তু আজিলৈকে যেনেকৈ করি আহিছা, তেনেকৈ যেন আপোন ঈশ্বর যিহোৱাত আসক্ত হৈ থাকা, এই নিমিত্তে মোচির ব্যবস্থা-পুস্তকত লিখা সকলো কথা পালন করি, তার দরে আচরণ করিবলৈ অতিশয় সাহ করা। [৯] কিয়নো যিহোৱাই তোমালোকর আগর পরা মহৎ আৰু বলবান জাতিবিলাকক দূর করিলে; আৰু তোমালোকর আগত আজিলৈকে কোনেও থিয় হব পরা নাই। [১০] তোমালোকর এজনে হাজার জনক খেদি দিব; কিয়নো, তোমালোকর ঈশ্বর যিহোৱাই তোমালোকক যেনেকৈ কৈছিল, তেনেকৈ তেওঁ নিজেই তোমালোকর পক্ষে যুদ্ধ করোঁতা। [১১] এই হেতুকে তোমালোকে আপোন

আপোন প্ৰাণৰ বিষয়ে অতিশয় সাৱধান হৈ, আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাক প্ৰেম কৰা। [১২] নাইবা যদি কোনো প্ৰকাৰে বিমুখ হৈ, সেই জাতিবোৰৰ বাকী থকা যি অৱশিষ্ট লোক তোমালোকৰ মাজত আছে, সিহঁতত আসক্ত হোৱা, সিহঁতৰ লগত বিবাহৰ সম্বন্ধ কৰা, আৰু তোমালোকৰ লগত সিহঁতৰ, সিহঁতৰ লগত তোমালোকৰ আলাপ ব্যৱহাৰ হয়, [১৩] তেন্তে, নিশ্চয়ে জানিবা, যে, তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকৰ আগৰ পৰা সেই জাতিবিলাকক আৰু দূৰ নকৰিব; কিন্তু তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকক দিয়া এই উত্তম দেশৰ পৰা তোমালোক বিনষ্ট নোহোৱালৈকে, সিহঁত তোমালোকৰ জাল আৰু ফান্দ, গাত কোবোৱা চাবুক আৰু চকুত লগা কাঁইটস্বৰূপ হৈ থাকিব। [১৪] দেখা, গোটেই পৃথিবীৰ লোকে যোৱা পথেদি ময় আজি যাওঁ। আৰু তোমালোকে সকলো মনেৰে সকলো জ্ঞানেৰে ইয়াক জ্ঞাত হোৱা, যে, তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকৰ বিষয়ে যিমান কুশলৰ বাক্য কলে, তাৰ এটাও বিফল হোৱা নাই; তোমালোকৰ পক্ষে সেই সকলো সিদ্ধ হল, এটাও নিষ্ফল হোৱা নাই। [১৫] কিন্তু, তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকক যি যি কুশলৰ বাক্য কৈছিল, সেই সকলো যেনেকৈ তোমালোকৰ পক্ষে সিদ্ধ হল, সেই ৰূপে, তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমালোকক দিয়া এই উত্তম দেশৰ পৰা তোমালোকক বিনষ্ট কৰি নেটাইমানে, তেওঁ তোমালোকলৈ সকলো অমঙ্গল-বাক্যও সিদ্ধ কৰিব। [১৬] তোমালোকে যদি আপোন ঈশ্বৰ যিহোৱাই তোমালোকক আদেশ কৰা নিয়মটী লঙ্ঘন কৰা, আৰু গৈ আন দেৱতাবোৰক পূজা কৰা, আৰু সেইবোৰৰ আগত প্ৰণিপাত কৰা, তেন্তে তোমালোকৰ ঈশ্বৰ যিহোৱাৰ ক্ৰোধ তোমালোকৰ অহিতে জ্বলি উঠিব, আৰু তেওঁ তোমালোকক দিয়া এই উত্তম দেশৰ পৰা তোমালোক বেগাই বিনষ্ট হবা।

**২৪** পাছে যিহোচূৱাই ইস্ৰায়েলৰ সকলো ফৈদক চিখিমত গোটাই, সিবিলাকৰ বৃদ্ধ লোকক, মূল মানুহবিলাকক, বিচাৰকৰ্ত্তাবিলাকক, আৰু বিষয়াবিলাকক মতাই আনিলে; তাতে সিবিলাক ঈশ্বৰৰ সাক্ষাতে থিয় হল। [২] তেতিয়া যিহোচূৱাই সকলো লোকক কলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, আগৰ কালত অব্ৰাহামৰ আৰু নাহোৰৰ পিতৃ তেৰহ আদি তোমালোকৰ ওপৰ-পিতৃবিলাকে নদীৰ সিপাৰে বাস কৰিছিল, আৰু ইতৰ দেৱতাবোৰক পূজা কৰিছিল। [৩] পাছে ময় তোমালোকৰ আদিপিতৃ অব্ৰাহামক নদীৰ সিপাৰৰ পৰা আনি, কনান দেশৰ সকলো ফালে লৈ ফুৰালোঁ, আৰু ময় তেওঁৰ বংশ বৃদ্ধি কৰিলোঁ; ময় তেওঁক ইচ্‌হাকক দিলোঁ, [৪] আৰু ইচ্‌হাকক যাকোব আৰু এচৌক দিলোঁ; সেই এচৌৰ অধিকাৰৰ অৰ্থে ময় তেওঁক চেয়ীৰ পৰ্ব্বত দিলোঁ; কিন্তু যাকোব আৰু তেওঁৰ সন্তানবিলাক হলে, মিচৰলৈ নামি গল। [৫] পাছে ময় মোচি আৰু হাৰোণক পঠালোঁ; আৰু মিচৰৰ মাজত কৰা মোৰ কাৰ্য্যৰ দ্বাৰায় ময় সিহঁতলৈ মহা-আপদ ঘটালোঁ; তাৰ পাছে ময় তোমালোকক উলিয়াই আনিলোঁ। [৬] ময় মিচৰৰ পৰা তোমালোকৰ পিতৃবিলাকক উলিয়াই অনাৰ পাছে, তোমালোকে যেতিয়া সমুদ্ৰ পালাহি, তেতিয়া মিচৰীয়া লোকে ৰথ আৰু অশ্বাৰোহী সৈন্য লৈ চূফ সমুদ্ৰলৈকে তোমালোকৰ ওপৰ-পিতৃবিলাকৰ পাছে পাছে আহিল। [৭] তাতে, সিবিলাকে যিহোৱাৰ আগত কাতৰোক্তি কৰিলত, যিহোৱাই মিচৰীয়াহঁতৰ আৰু তোমালোকৰ মাজত অন্ধকাৰ স্থাপন কৰিলে, আৰু সিহঁতৰ ওপৰলৈ সমুদ্ৰ আনি, সিহঁতক ঢাকি পেলালে; ময় মিচৰত কৰা কাৰ্য্য তোমালোকে আপোন চকুৰে দেখিলা; পাছে তোমালোকে বহুকাল অৰণ্যত বাস কৰিলা। [৮] তাৰ পাছে ময় তোমালোকক যৰ্দ্দনৰ সিপাৰে থকা ইমোৰীয়াবিলাকৰ দেশলৈ আনিলোঁ; আৰু সিহঁতে তোমালোকে সৈতে যুদ্ধ কৰিলত, ময় তোমালোকৰ হাতত সিহঁতক সমৰ্পণ কৰিলোঁ; তাতে তোমালোকে সিহঁতৰ দেশ অধিকাৰ কৰিলা; এই ৰূপে ময় তোমালোকৰ আগৰ পৰা সিহঁতক বিনষ্ট কৰিলোঁ। [৯] পাছে চিপ্পোৰৰ পুতেক মোৱাবৰ ৰজা বালাকে উঠি, ইস্ৰায়েলে সৈতে যুদ্ধ কৰিলে; আৰু তোমালোকক শাও দিবৰ নিমিত্তে, মানুহ পঠাই বিয়োৰৰ পুতেক বিলিয়মক মাতিলে।

১০ কিন্তু মই বিলিয়মৰ কথাত মন দিবলৈ সম্মত নহলোঁ; তাতে সি তোমালোকক আশীর্ব্বাদহে কৰিলে; এই ৰূপে মই তাৰ হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিলোঁ। ১১ পাছে তোমালোকে যৰ্দ্দন পাৰ হৈ যিৰীহো পালাহি; আৰু যিৰীহোৰ গৃহস্থবিলাকে ইমোৰীয়া, পৰিজ্জীয়া, কনানীয়া, হিত্তীয়া, গিৰ্গাচীয়া, হিব্বীয়া, আৰু যিবূচীয়া লোকবিলাকে, তোমালোকৰ বিৰুদ্ধে যুদ্ধ কৰিলত মই সিহঁতক তোমালোকৰ হাতত সোধাই দিলোঁ। ১২ আৰু মই তোমালোকৰ আগে আগে কোদো পঠালোঁ; তাতে সেই কোদোৱে তোমালোকৰ আগৰ পৰা সিহঁতক, বিশেষকৈ ইমোৰীয়াহঁতৰ দুজন ৰজাক দূৰ কৰিলে; তোমালোকৰ তৰোৱাল আৰু ধনুৰ দ্বাৰায় সিহঁতক দূৰ কৰা নহৈছিল। ১৩ আৰু তোমালোকে যিহৰ নিমিত্তে শ্ৰম কৰা নাই, এনে এক দেশ, আৰু যিহক তোমালোকে স্থাপন কৰা নাই, এনে অনেক নগৰ মই তোমালোকক দিলোঁ; তোমালোকে তাৰ মাজত বাস কৰি আছা; আৰু যি দ্ৰাক্ষালতা ও জিতবৃক্ষৰ বাৰী তোমালোকে পতা নাই, এনে বাৰীৰ ফল তোমালোকে ভোগ কৰি আছা। ১৪ এই হেতুকে এতিয়া তোমালোকে যিহোৱাক ভয় কৰা, সৰল মনেৰে আৰু সত্যেৰে তেওঁৰ আৰাধনা কৰা, আৰু তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে নদীৰ সিপাৰে আৰু মিচৰত পূজা কৰা দেৱতাবোৰ দূৰ কৰা, আৰু যিহোৱাৰ আৰাধনা কৰা। ১৫ যদি যিহোৱাৰ আৰাধনা কৰাত বেয়া লাগিছে, তেন্তে নদীৰ সিপাৰে থকা তোমালোকৰ ওপৰ-পিতৃবিলাকে পূজা কৰা দেৱতাবোৰেই হওক, বা যিবিলাকৰ দেশত তোমালোকে বাস কৰিছা, সেই ইমোৰীয়াবিলাকৰ দেৱতাবোৰেই হওক, যাৰ আৰাধনা কৰিবা, তাক আজি মনোনীত কৰা; কিন্তু মই আৰু মোৰ পৰিয়ালে হলে যিহোৱাৰ আৰাধনা কৰিম। ১৬ তেতিয়া লোকবিলাকে উত্তৰ কৰি কলে, আমি আন দেৱতাবোৰক পূজা কৰিবৰ নিমিত্তে যে যিহোৱাক ত্যাগ কৰিম, আমাৰ পৰা এনে কথা দূৰ হওক; ১৭ কিয়নো যি জনাই আমাক আৰু আমাৰ ওপৰ-পিতৃবিলাকক বন্দীঘৰস্বৰূপ মিচৰ দেশৰ পৰা আনিলে, আৰু আমাৰ চকুৰ আগতে সেই মহৎ চিনবোৰ দেখুৱালে, আৰু যি বাটেদি আমি আহিলোঁ, সেই গোটেই বাটত, আৰু যি জাতিবোৰৰ মাজেদি আমি পাৰ হৈ আহিলোঁ, সেই জাতিবোৰৰ মাজতো আমাক ৰক্ষা কৰিলে, সেই জনাই আমাৰ ঈশ্বৰ যিহোৱা; ১৮ সেই যিহোৱায়েই এই দেশত থকা ইমোৰীয়া আদি কৰি সকলো জাতিক আমাৰ আগৰ পৰা দূৰ কৰিলে; এই হেতুকে আমিও যিহোৱাৰহে আৰাধনা কৰিম; কিয়নো তেৱেঁই আমাৰ ঈশ্বৰ। ১৯ তাতে যিহোচূৱাই লোকবিলাকক কলে, তোমালোকে যিহোৱাৰ আৰাধনা কৰিব নোৱাৰিবা; কিয়নো তেওঁ পবিত্ৰ ঈশ্বৰ, আপোন মৰ্য্যাদা ৰখাত উদ্যোগী ঈশ্বৰ; তেওঁ তোমালোকৰ অধৰ্ম্ম আৰু পাপসমূহ ক্ষমা নকৰিব। ২০ তোমালোকে যদি যিহোৱাক ত্যাগ কৰি বিজাতীয় দেৱতাক পূজা কৰা, তেন্তে তেওঁ তোমালোকৰ মঙ্গল কৰাৰ পৰা ঘূৰি, তোমালোকৰ অমঙ্গল কৰিব, আৰু তোমালোকক সংহাৰ কৰিব। ২১ তাতে লোকবিলাকে যিহোচূৱাক কলে, নহয়, আমি যিহোৱাৰহে আৰাধনা কৰিম। ২২ তেতিয়া যিহোচূৱাই লোকবিলাকক কলে, তোমালোকে আৰাধনা কৰিবৰ অৰ্থে যিহোৱাক যে মনোনীত কৰিলা, এই কথাত তোমালোকে আপোনাৰ বিৰুদ্ধে আপুনি সাক্ষী হৈছা। সিবিলাকে কলে, হয়, আমি সাক্ষী হৈছোঁ। ২৩ তেওঁ কলে, তেন্তে এতিয়া আপোনাবিলাকৰ মাজত থকা বিজাতীয় দেৱতাবোৰ দূৰ কৰা, আৰু আপোন আপোন হৃদয় ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাত লগোৱা। ২৪ পাছে লোকবিলাকে যিহোচূৱাক কলে, আমি আমাৰ ঈশ্বৰ যিহোৱাৰেই আৰাধনা কৰিম, আৰু তেওঁৰেই বাক্যলৈ কাণ দিম। ২৫ এই ৰূপে যিহোচূৱাই সেই দিনা লোকবিলাকে সৈতে এটা নিয়ম স্থিৰ কৰিলে, আৰু চিখিমত সিবিলাকৰ নিমিত্তে এক বিধি আৰু শাসন-প্ৰণালী স্থাপন কৰিলে।

২৬ তাৰ পাছে যিহোচূৱাই সেই সকলো কথা ঈশ্বৰৰ ব্যৱস্থা-পুস্তকখনিত লিখি থলে; আৰু এটা ডাঙৰ শিল লৈ, যিহোৱাৰ ধৰ্ম্মধামৰ ওচৰত থকা এলা গছৰ তলত স্থাপন কৰিলে। ২৭ পাছে যিহোচূৱাই সকলো লোকবিলাকক কলে, দেখা, এই শিলেই আমাৰ অহিতে সাক্ষী হব; কিয়নো আমাৰ আগত যিহোৱাই কোৱা সকলো কথা

ই শুনিলে; এই হেতুকে, তোমালোকে আপোনাবিলাকৰ ঈশ্বৰক আসৈ নকৰিবৰ নিমিত্তে, এয়ে তোমালোকৰ অহিতে সাক্ষী হব। ২৮ পাছে যিহোচূৱাই লোকবিলাকক আপোন আপোন আধিপত্যলৈ বিদায় দিলে।

২৯ এই সকলো ঘটনাৰ পাছে, যিহোবাৰ দাস নূনৰ পুত্ৰ যিহোচূৱা এশ দহ বছৰ বয়সীয়া হৈ মৰিল। ৩০ তাতে লোকবিলাকে গাচ পৰ্ব্বতৰ উত্তৰফালে, ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত থকা তিম্নৎ-চেৰহত তেওঁৰ আধিপত্যৰ সীমাৰ ভিতৰত তেওঁক মৈদাম দিলে। ৩১ যিহোচূৱাৰ আয়ুষৰ সকলো কালত, আৰু যি বৃদ্ধ লোকবিলাক যিহোচূৱাৰ মৰণৰ পাছে জীয়াই আছিল, আৰু ইস্ৰায়েলৰ নিমিত্তে যিহোবাই কৰা সকলো কৰ্ম্ম জানিছিল, সিবিলাক জীয়াই থকালৈকে ইস্ৰায়েলে যিহোবাৰ আৰাধনা কৰি আছিল। ৩২ ইস্ৰায়েলৰ সন্তানবিলাকে মিচৰ দেশৰ পৰা অনা যোচেফৰ অস্থিবোৰ চিখিমত এডোখৰ মাটিত মৈদাম দিলে; সেই মাটি যাকোবে চিখিমৰ বাপেক হমোৰৰ পুতেকহঁতৰ পৰা এশ ৰূপ দি কিনি লৈছিল; আৰু সেয়ে যোচেফৰ সন্তানবিলাকৰ আধিপত্য হল। ৩৩ তাৰ পাছে হাৰোণৰ পুত্ৰ ইলিয়াজৰৰ মৃত্যু হল; তাতে লোকবিলাকে ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত তেওঁৰ পুত্ৰ পীনহচক দিয়া গিবিয়াত তেওঁক মৈদাম দিলে।

---

# বিচাৰকৰ্ত্তাবিলাকৰ বিবৰণ।

---

কনানীয়াবিলাকে সৈতে ইস্ৰায়েলে যুদ্ধ কৰা।

**১** যিহোচূৱাৰ মৃত্যুৰ পাছে ইস্ৰায়েলৰ সন্তানবিলাকে যিহোবাক সুধিলে, কনানীয়াবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ, সিহঁতৰ অহিতে আমাৰ মাজৰ প্ৰথমে কোন যাব? ২ তাতে যিহোবাই কলে, যিহূদা যাব; দেখা, ময় তেওঁৰ হাতত দেশ সমৰ্পণ কৰিলোঁ। ৩ পাছে যিহূদাই আপোন ভায়েক চিমিয়োনক কলে, তুমি মোৰ নিৰূপিত অংশলৈ মোৰ লগত আহাঁ, আমি কনানীয়াহঁতে সৈতে যুদ্ধ কৰোঁ; পাছে ময়ো তোমাৰ নিৰূপিত অংশলৈ তোমাৰ লগত যাম। তাতে চিমিয়োন তেওঁৰ লগত গল। ৪ পাছে যিহূদা গলত, যিহোবাই সিবিলাকৰ হাতত কনানীয়া আৰু পৰিজ্জীয়াবিলাকক সমৰ্পণ কৰি দিলে; তাতে সিবিলাকে বেজকত সিহঁতৰ দহ হাজাৰ লোকক বধ কৰিলে। ৫ সিবিলাকে বেজকত অদোনী-বেজকক পাই তাৰে সৈতে যুদ্ধ কৰি, কনানীয়া আৰু পৰিজ্জীয়া লোকবিলাকক ঘটালে। ৬ তাৰ পাছে অদোনী-বেজক পলাই যোৱাত, সিবিলাকে তাৰ পাছে পাছে খেদি গৈ তাক ধৰি, তাৰ হাত আৰু ভৰিৰ বুঢ়া আঙ্গুলি কাটি পেলালে। ৭ তাতে অদোনী-বেজকে কলে, হাত-ভৰিৰ বুঢ়া আঙ্গুলি কটা সত্তৰ জন ৰজাই মোৰ মেজৰ তলত আহাৰ বুটলিছিল; ময় যেনে কৰিছিলোঁ, ঈশ্বৰে মোকো সেই ৰূপ প্ৰতিফল দিলে। পাছে লোকবিলাকে তাক যিৰূচালেমলৈ আনিলত, সি সেই ঠাইতে মৰিল।

৮ তাৰ পাছে যিহূদাৰ সন্তানবিলাকে যিৰূচালেমৰ বিৰুদ্ধে যুদ্ধ কৰি তাক হাত কৰি লৈ, তৰোৱালৰ ধাৰেৰে তাৰ সকলোকে বধ কৰিলে, আৰু নগৰত জুই লগালে। ৯ পাছে যিহূদাৰ সন্তানবিলাকে পৰ্ব্বতীয়া অঞ্চল, দক্ষিণ অঞ্চল, আৰু নিম্নভূমিত থকা কনানীয়াবিলাকে সৈতে যুদ্ধ কৰিবলৈ নামি গল। ১০ আৰু যিহূদাই হিব্ৰোণত (আগেয়ে এই হিব্ৰোণৰ নাম কিৰিয়ৎ-অৰ্ব্ব আছিল;) থকা কনানীয়াবিলাকৰ অহিতে যুদ্ধযাত্ৰা কৰি, চেচয়, অহীমন, আৰু তল্ময়ক বধ কৰিলে। ১১ তাৰ পৰা সিবিলাকে দবীৰ-নিবাসীবিলাকৰ অহিতে যাত্ৰা কৰিলে; পূৰ্ব্বে

দবীৰৰ নাম কিৰিয়ৎ-চেফৰ আছিল। [12] আৰু কালেবে কৈছিল, যি জনে কিৰিয়ৎ-চেফৰক আক্ৰমণ কৰি হাত কৰি লব, তাৰে সৈতে মই মোৰ জী অক্‌চাক বিয়া দিম। [13] তাতে কালেবৰ ভায়েক কনজৰ সন্তান অৎনীয়েলে তাক হাত কৰি ললত, তেওঁ তাৰে সৈতে আপোন জীয়েক অক্‌চাক বিয়া দিলে। [14] পাছে ছোৱালী জনীয়ে অহা কালত, আপোন বাপেকক এখন পথাৰ খুজিবলৈ স্বামীক অনুৰোধ কৰিলে; আৰু তাই গাধৰ পৰা নামিলত, কালেবে তাইক সুধিলে, তোক কি লাগে? [15] তাই উত্তৰ কৰিলে, আপুনি মোক এক বৰ দিওক; কিয়নো আপুনি মোক দক্ষিণ অঞ্চলৰ ভূমি দিলে; এতিয়া জলৰ ভুমুকো দিওক। তাতে কালেবে ওপৰত আৰু তলত থকা ভুমুকো তাইক দিলে।

[16] পাছে মোচিৰ শহুৰেকৰ কেনীয়া সন্তানবিলাকে যিহূদাৰ সন্তানবিলাকে সৈতে খাজুৰপুৰৰ পৰা অৰাদৰ দক্ষিণফালে থকা যিহূদাৰ অৰণ্যলৈ উঠি গল; আৰু সিবিলাকে গৈ লোকবিলাকে সৈতে বাস কৰিলে। [17] পাছে যিহূদাই আপোন ভাই চিমিয়োনে সৈতে গৈ, সিবিলাকে চফৎ-নিবাসী কনানীয়াবিলাকক আঘাত কৰি তাক নিঃশেষে বিনষ্ট কৰিলে; আৰু সেই নগৰৰ নাম হৰ্মা [বিনষ্ট] ৰাখিলে। [18] তাৰ পাছে যিহূদাই ঘচা আৰু তাৰ অঞ্চল, অস্কিলোন আৰু তাৰ অঞ্চল, ইক্ৰোণ আৰু তাৰ অঞ্চল হাত কৰি ললে। [19] যিহোৱা যিহূদাৰ সঙ্গী হোৱাত, সি পৰ্ব্বত-নিবাসীবোৰক দূৰ কৰিলে; কিয়নো উপত্যকা-নিবাসীবোৰক দূৰ কৰিব নোৱাৰিলে; কাৰণ সিহঁতৰ লোহাৰ ৰথ আছিল। [20] পাছে সিবিলাকে মোচিৰ আজ্ঞা অনুসাৰে কালেবক হিব্ৰোণ দিলে; আৰু তেওঁ তাৰ পৰা অনাকৰ তিনটা পুতেকক দূৰ কৰিলে। [21] আৰু বিন্যামীনৰ সন্তানবিলাকে যিৰূচালেম-নিবাসী যিবূচীয়াবিলাকক দূৰ নকৰাত, সিহঁতে আজিলৈকে যিৰূচালেমত বিন্যামীনৰ সন্তানবিলাকে সৈতে বাস কৰি আছে।

[22] পাছে যোচেফৰ বংশয়ো বৈৎ-এলৰ বিৰুদ্ধে যাত্ৰা কৰিলে, আৰু যিহোৱা সিবিলাকৰ সঙ্গী আছিল। [23] তেতিয়া যোচেফৰ বংশই বৈৎ-এল চাই আহিবলৈ মানুহ পঠালে; আগেয়ে সেই নগৰৰ নাম লূজ আছিল। [24] পাছে চোৰাংচোৱাবিলাকে সেই নগৰৰ পৰা এজন মানুহক বাহিৰলৈ অহা দেখি, তাক কলে, বিনয় কৰোঁ, এই নগৰলৈ সোমোৱা বাট আমাক দেখুৱাই দিয়া; তাকে কৰিলে, আমি তোমাক দয়া কৰিম। [25] তাতে, সি সিবিলাকক নগৰলৈ সোমোৱা বাট দেখুৱালত, সিবিলাকে সেই নগৰ তৰোৱালৰ ধাৰেৰে আঘাত কৰিলে; কিন্তু সেই মানুহটোক আৰু তাৰ গোটেই গোষ্ঠীক এৰি দিলে। [26] পাছে সেই মানুহে হিত্তীয়াবিলাকৰ দেশলৈ গৈ, তাত এখন নগৰ সাজি তাৰ নাম লূজ ৰাখিলে; সেয়ে আজিলৈকে সেই নামেৰে আছে।

[27] আৰু মনচিয়ে উপনগৰে সৈতে বৈৎ-চান, উপনগৰে সৈতে তানক, উপনগৰে সৈতে দোৰ, উপনগৰে সৈতে যিব্লিয়াম, আৰু উপনগৰে সৈতে মগিদ্দো, এইবোৰ নগৰত বাস কৰা লোকক দূৰ নকৰাত, কনানীয়াবিলাকে সেই দেশত বাস কৰিবলৈ সাহ দিলে। [28] পাছে ইস্ৰায়েল পৰাক্ৰমী হৈ, সেই কনানীয়াবিলাকক কাম কৰি দিব লগীয়া বন্দী কৰিলে, কিন্তু নিচেইকৈ দূৰ নকৰিলে।

[29] আৰু ইফ্ৰয়িমে গেজৰ-নিবাসী কনানীয়াবিলাকক দূৰ নকৰিলে; তাতে কনানীয়াবিলাকে গেজৰত সিবিলাকৰ মাজত বাস কৰিলে।

[30] জবূলূনে কিট্ৰোণ আৰু নহলোল-নিবাসীবিলাকক দূৰ নকৰিলে; তাতে কনানীয়াবিলাকে সিবিলাকৰ মাজত বাস কৰি কাম কৰি দিব লগীয়া বন্দী হল।

[31] আচেৰে অক্কো, চীদোন, অহলাব, অক্‌জীব, হেল্‌বা, অফীক, আৰু ৰহোব-নিবাসীবিলাকক দূৰ নকৰিলে। [32] তাতে আচেৰীয়াবিলাকে সেই দেশত থকা কনানীয়াবিলাকৰ মাজত বাস কৰিলে; কিয়নো সিবিলাকে সিহঁতক দূৰ নকৰিলে।

[33] নপ্তালীয়ে বৈৎ-চেমচ আৰু বৈৎ-অনাৎ-নিবাসীবিলাকক দূৰ নকৰি, দেশত থকা কনানীয়াবিলাকৰ মাজত বাস কৰিলে; তথাপি বৈৎ-চেমচ আৰু বৈৎ-অনাৎ-নিবাসীবিলাক সিবিলাকৰ কাম কৰি দিব লগীয়া বন্দী হল।

[34] আৰু ইমোৰীয়া লোকবিলাকে দানৰ

সন্তানবিলাকক পৰ্ব্বতলৈ হেঁচুকি হেঁচুকি খেদিলে, কিয়নো সিহঁতে সিবিলাকক উপত্য-কালৈ নামিব নিদিলে; [৩৫] কিন্তু ইমোৰীয়া-বিলাকে হেৰচ পৰ্ব্বতত, অয়ালোনত, আৰু চাল্-বীমত বাস কৰিবলৈ সাহ কৰিলে; পাছে যোচে-ফৰ বংশৰ বাহুবল হলত, সিহঁত কাম কৰি দিব লগীয়া বন্দী হল। [৩৬] পৰ্ব্বত পাৰ হৈ যোৱা অক্ৰব্বীম নামেৰে ঠাই আৰু চেলাৰ সিফাললৈকে সেই ইমোৰীয়াবিলাকৰ অঞ্চল আছিল।

ঈশ্বৰলৈ ইস্ৰায়েলৰ আচৰণ, আৰু সিবিলাকলৈ তেওঁৰ ব্যৱহাৰ।

**২** পাছে যিহোৱাৰ দূতে গিল্‌গলৰ পৰা বোখীমলৈ উঠি আহি কলে, ময় তোমালোকক মিচৰ দেশৰ পৰা বাহিৰ কৰাই, যি দেশ দিম বুলি ময় তোমালোকৰ পূৰ্ব্ব-পুৰুষবিলাকৰ আগত শপথ কৰিছিলোঁ, সেই দেশলৈ তোমা-লোকক আনিলোঁ; আৰু এই কথা কৈছিলোঁ, ময় তোমালোকে সৈতে স্থাপন কৰা মোৰ নিয়মটী কেতিয়াও নেভাঙিম; [২] আৰু তোমা-লোকেও এই দেশ-নিবাসীবিলাকে সৈতে কোনো নিয়ম স্থিৰ নকৰিবা; সিহঁতৰ যজ্ঞবেদিবোৰ ভাঙি পেলাবা। কিন্তু তোমালোকে মোৰ বাক্যলৈ কাণ দিয়া নাই; তোমালোকে কিয় এনে কৰিলা? [৩] এই নিমিত্তে ময় আৰু কলোঁ, তোমালোকৰ আগৰ পৰা ময় ইহঁতক দূৰ নক-ৰিম; কিন্তু ইহঁত তোমালোকৰ কোষত কাঁইট-স্বৰূপ, আৰু ইহঁতৰ দেৱতাবোৰ তোমালোকৰ ফান্দস্বৰূপ হব। [৪] যেতিয়া যিহোৱাৰ দূতে ইস্ৰায়েলৰ আটাই সন্তানবিলাকক এই কথা কলে, তেতিয়া লোকবিলাকে বৰকৈ ক্ৰন্দন কৰিবলৈ ধৰিলে। [৫] এই কাৰণে সিবিলাকে সেই ঠাইৰ নাম বোখীম [ক্ৰন্দন কৰোঁতাবিলাকৰ ঠাই] ৰাখিলে; পাছে সিবিলাকে সেই ঠাইতে যিহোৱাৰ উদ্দেশে বলিদান কৰিলে।

[৬] যিহোচূৱাই লোকবিলাকক বিদায় দিয়াৰ পাছত, ইস্ৰায়েলৰ সন্তানবিলাকে দেশ অধিকাৰ কৰিবৰ অৰ্থে প্ৰতিজন আপোন আপোন আধি-পত্যলৈ গল। [৭] তেতিয়াৰে পৰা যিহোচূৱাৰ জীৱনৰ সকলো কালত, আৰু যি বৃদ্ধবিলাকে ইস্ৰায়েলৰ নিমিত্তে যিহোৱাই কৰা সকলো মহৎ কৰ্ম্ম দেখিলে, যিহোচূৱাৰ মৃত্যুৰ পাছে জীয়াই থকা সেই বৃদ্ধবিলাকৰ জীৱনৰ সকলো কালত লোকবিলাকে যিহোৱাৰ আৰাধনা কৰিলে। [৮] পাছে যিহোৱাৰ দাস নূনৰ পুত্ৰ যিহোচূৱা এশ দহ বছৰ বয়সীয়া হৈ মৰিল। [৯] তাতে লোকবিলাকে তেওঁৰ নিজ আধিপত্যৰ সীমাৰ মাজত, গাচ পৰ্ব্বতৰ উত্তৰফালে, ইফ্ৰয়িম পৰ্ব্ব-তীয়া অঞ্চলত থকা তিম্নৎ-হেৰচত তেওঁক মৈদাম দিলে। [১০] পাছে সেই কালৰ আটাই লোকক আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ওচৰলৈ নিয়া হলত, সিবিলাকৰ পাছত যিহোৱাক আৰু ইস্ৰায়েলৰ নিমিত্তে তেওঁ কৰা কাৰ্য্যকো নজনা নতুন বংশ উৎপন্ন হল।

[১১] পাছে ইস্ৰায়েলৰ সন্তানবিলাকে যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে, আৰু বাল দেৱতা-বোৰক পূজা কৰিবলৈ ধৰিলে। [১২] যি জনাই সিবিলাকক মিচৰ দেশৰ পৰা উলিয়াই আনি-ছিল, সিবিলাকৰ ওপৰ-পিতৃবিলাকৰ সেই ঈশ্বৰ যিহোৱাক ত্যাগ কৰি, আপোনাবিলাকৰ চাৰিও-ফালে থকা জাতিবিলাকৰ দেৱতাবোৰৰ পাছত চলি, সেইবোৰৰ আগত প্ৰণিপাত কৰিলে; এই ৰূপে যিহোৱাক বেজাৰ দিলে। [১৩] আৰু সিবিলাকে যিহোৱাক এৰি বাল দেৱতা আৰু অষ্টাৰেৎ দেবীবোৰক পূজা কৰিলে। [১৪] তাতে ইস্ৰায়েলৰ বিৰুদ্ধে যিহোৱাৰ ক্ৰোধ জ্বলি উঠি-লত, তেওঁ সিবিলাকক লুট কৰোঁতাবিলাকৰ হাতত সোধাই দিলে, আৰু সিহঁতে সিবিলাকক লুট কৰিলে, আৰু তেওঁ সিবিলাকৰ চাৰিওকোষে থকা শত্ৰুবোৰৰ হাতত সিবিলাকক বেচিলে; তাতে সিবিলাকে আপোনাবিলাকৰ শত্ৰুবোৰৰ আগত আৰু থিয় হব নোৱাৰিলে। [১৫] যিহোৱাই যেনেকৈ কৈছিল, আৰু সিবিলাকৰ আগত শপথ কৰিছিল, তেনেকৈ, সিবিলাক যলৈকে গৈছিল, তলৈকে সিবিলাকৰ অমঙ্গলৰ অৰ্থে যিহোৱাৰ হাত সিবিলাকৰ অহিতে আছিল; তাতে সিবিলাক অতিশয় দুঃখিত হৈছিল। [১৬] তেতিয়া যিহোৱাই বিচাৰকৰ্ত্তাবিলাক উৎপন্ন কৰিলত, তেওঁবিলাকে লুট কৰোঁতাবিলাকৰ হাতৰ পৰা সিবিলাকক নিস্তাৰ কৰিলে। [১৭] তথাপি সিবিলাকে আপোনাবিলাকৰ বিচাৰ-কৰ্ত্তাসকলৰ কথাতো কাণ নিদিলে; কিয়নো

সিবিলাকে ইতর দেৱতাবোরর পাছত চলি ব্যভিচার করিছিল, আরু সেইবোরর আগত প্রণিপাত করিছিল; সিবিলাকর ওপর-পিতৃবিলাকে যিহোৱার আজ্ঞা পালন করি যি পথে গমন করিছিল, সিবিলাকে সেই দরে নচলি সেই পথর পরা বেগতে বাহির হল। [১৮] আরু যিহোৱাই যেতিয়া সিবিলাকর নিমিত্তে কোনো বিচারকর্ত্তা উৎপন্ন করিছিল, তেতিয়া তেওঁ সেই বিচারকর্ত্তার লগত থাকি, সেই বিচারকর্ত্তা জীয়াই থকালৈকে শত্রুবোরর হাতর পরা সিবিলাকক নিস্তার করিছিল; কারণ, উপদ্রৱ আরু তাড়না করোঁতাবিলাকর আগত সিবিলাকে কেঁকোৱা দেখি যিহোৱার দয়া জন্মিছিল। [১৯] কিন্তু পাছত সেই বিচারকর্ত্তা মরিলেই, সিবিলাকে ঘূরি, ইতর দেৱতাবোরক পূজা করিবর নিমিত্তে আরু সেইবোরর আগত প্রণিপাত করিবর নিমিত্তে সেইবোরর পাছত চলা কথাত আপোনাবিলাকর ওপর-পিতৃবিলাকতকৈয়ো ভ্রষ্টাচারী হয়; সিবিলাকে আপোন আপোন কুকর্ম্ম আরু অদমন আচার-ব্যৱহার এফেরিও নেরে। [২০] তাতে ইস্রায়েলর বিরুদ্ধে যিহোৱার ক্রোধ জ্বলি উঠিলে তেওঁ কয়, ময় ইবিলাকর পূর্ব্ব-পুরুষবিলাকক আদেশ করা মোর নিয়মটী এই জাতিয়ে উল্লঙ্ঘন করিলে, মোর বাক্যলৈ কাণ নিদিলে; [২১] এই হেতুকে ময়ো, যিহোচূৱাই আপোনার মরণর কালত যি যি পরজাতিক অৱশিষ্ট রাখি গল, ইবিলাকর আগর পরা সিহঁতর মাজর আরু কাকো দূর নকরিম। [২২] যেনেকৈ ইবিলাকর পূর্ব্ব-পুরুষবিলাকে যিহোৱার পথত চলি তেওঁর আজ্ঞা পালন করিছিল, তেনেকৈ ইবিলাকেও করে নে নকরে, ইয়াকে জানিবর নিমিত্তে, সেই জাতিবিলাকর দ্বারায় ময় ইস্রায়েলক পরীক্ষা করি চাওঁ। [২৩] এই বুলি যিহোৱাই সেই জাতিবিলাকক শীঘ্রে নেখেদি, আরু যিহোচূৱার হাততো সমর্পণ নকরি অৱশিষ্ট রাখিলে।

৩ ইস্রায়েলর মাজত যিমান লোকে কনানর আটাই রণ নেজানিছিল, সিমান লোকক পরীক্ষা করি চাবর নিমিত্তে, [২] আরু ইস্রায়েলর সন্তানবিলাকর ভাবি-বংশই, বিশেষকৈ রণর কথা আগেয়ে নজনাবিলাকে রণ শিকি জানিবর অভিপ্রায়েরেহে যিহোৱাই এই এই জাতিক অৱশিষ্ট রাখিলে; [৩] পলেষ্টীয়াবিলাকর পাঁচ জন অধিপতি, আরু বাল-হর্ম্মোণ পর্ব্বতরে পরা হমাতর প্রবেশস্থানলৈকে সকলো কনানীয়া, চীদোনীয়া, আরু লিবানোন পর্ব্বতত বাস করা হিব্বীয়াবিলাক। [৪] যিহোৱাই সিবিলাকর ওপর-পিতৃবিলাকক মোচির দ্বারায় দিয়া আজ্ঞা সিবিলাকে মানে নে নেমানে ইস্রায়েলক পরীক্ষা করি তাকে জানিবর নিমিত্তে ইহঁত অৱশিষ্ট রল। [৫] তাতে ইস্রায়েলর সন্তানবিলাকে সেই কনানীয়া, হিত্তীয়া, ইমোরীয়া, পরিজ্জীয়া, হিব্বীয়া, আরু যিবূচীয়া লোকবিলাকর মাজত বাস করিলে; [৬] আরু সিহঁতর জীয়ারীবিলাকক বিয়া করিবলৈ, আরু সিহঁতর লরাবিলাকে সৈতে আপোন আপোন জীয়ারীবিলাকক বিয়া দিবলৈ, আরু সিহঁতর দেৱতাবোরক পূজা করিবলৈ ধরিলে।

অরামীয়া আরু মোৱাবীয়াবিলাকর উপদ্রৱর পরা ইস্রায়েলর উদ্ধার।

[৭] পাছে ইস্রায়েলর সন্তানবিলাকে যিহোৱার সাক্ষাতে কু-আচরণ করিলে, আরু আপোনাবিলাকর ঈশ্বর যিহোৱাক পাহরি বাল দেৱতাবোরক আরু আচেরা মূর্ত্তিবোরক পূজা করিলে। [৮] এই হেতুকে ইস্রায়েললৈ যিহোৱার ক্রোধ জ্বলি উঠাত, তেওঁ সিবিলাকক অরাম-নহরয়িমর রজা কূচন-রিচাথয়িমর হাতত বেচি পেলালে; আরু ইস্রায়েলর সন্তানবিলাক আঁঠ বছরলৈকে কূচন-রিচাথয়িমর অধীন হৈ থাকিল। [৯] পাছে ইস্রায়েলর সন্তানবিলাকে যিহোৱার আগত কাতরোক্তি করিলত, যিহোৱাই ইস্রায়েলর সন্তানবিলাকর নিমিত্তে এজন উদ্ধারকর্ত্তা কালেবর তায়েক কনজর সন্তান অৎনীয়েলক উৎপন্ন করিলে; সেই জনে সিবিলাকক উদ্ধার করিলে। [১০] আরু যিহোৱার আত্মা তেওঁর ওপরত স্থিতি হোৱাত, তেওঁ ইস্রায়েলর সোধ-বিচার করিলে; আরু তেওঁ যুদ্ধলৈ ওলাই গলত, সেই অরামীয়া রজা কূচন-রিচাথয়িমক যিহোৱাই তেওঁর হাতত সমর্পণ করিলে; আরু কূচন-রিচাথয়িমর ওপরত তেওঁর হাত বলৱান হৈ উঠিল। [১১] তাতে চল্লিশ বছরলৈকে দেশ সুখিলে থাকিল। পাছে কনজর সন্তান অৎনীয়েলর মৃত্যু হল।

[১২] পাছে ইস্রায়েলর সন্তানবিলাকে যিহোৱার

সাক্ষাতে পুনৰায় কু-আচৰণ কৰিলে; এই হেতুকে, সিবিলাকে যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰাত, যিহোৱাই মোৱাবৰ ৰজা ইগ্লোনক ইস্রায়েলৰ অহিতে সবল কৰিলে। [১৩]ইগ্লোনে অম্মোনৰ সন্তানবিলাকক আৰু অমালেকক আপোনাৰ লগত গোটাই লৈ আহি ইস্রায়েলক আঘাত কৰি খাজুৰপুৰ অধিকাৰ কৰিলে। [১৪]তাতে ইস্রায়েলৰ সন্তানবিলাক অঁঠেৰ বছৰলৈকে মোৱাবীয়া ইগ্লোন ৰজাৰ অধীন হৈ থাকিল। [১৫]পাছে ইস্রায়েলৰ সন্তানবিলাকে যিহোৱাৰ আগত কাতৰোক্তি কৰিলত, যিহোৱাই সিবিলাকৰ নিমিত্তে উদ্ধাৰকৰ্ত্তা বিন্যামীনৰ ফৈদৰ গেৰাৰ পুত্ৰ বাঁওহতীয়া এহূদক উৎপন্ন কৰিলে; আৰু ইস্রায়েলৰ সন্তানবিলাকে মোৱাবৰ ৰজা ইগ্লোনৰ ওচৰলৈ তেওঁৰ দ্বাৰায় কিবা উপহাৰ পঠাই দিলে। [১৬]এহূদে আপোনাৰ নিমিত্তে এখন এহাত দীঘল দুধৰীয়া তৰোৱাল গঢ়াইছিল, আৰু আপোনাৰ সোঁ কৰঙনত কাপৰৰ তলত তাক বান্ধি লৈছিল। [১৭]পাছে তেওঁ মোৱাবৰ ইগ্লোন ৰজাক সেই উপহাৰ দিলে; সেই ইগ্লোন অতি থূলন্তৰ মানুহ আছিল। [১৮]আৰু তেওঁ উপহাৰ দি এঁটোৱাৰ পাছে, উপহাৰ অনা লোকক বিদায় দিলে। [১৯]কিন্তু তেওঁ নিজে গিল্গলত থকা নকচা কটা শিলবোৰৰ ওচৰৰ পৰা ঘূৰি আহি কলে, হে মহাৰাজ, আপোনাৰ আগত মোৰ এটা গুপুত কথা আছে; পাছে ৰজাই মনে মনে থাক বুলি কলত, তেওঁৰ ওচৰত থিয় হৈ থকা সকলো মানুহ বাহিৰলৈ গল। [২০]সেই সময়ত ৰজাই ওপৰ-তলাৰ এটা বতাহ লোৱা খোঁটালীত অকলে বহি আছিল; তাতে এহূদে তেওঁৰ ওচৰলৈ চাপি গৈ কলে, আপোনাক ঈশ্বৰৰ এটা বাক্য মোৰ কব লগা আছে; তেতিয়া তেওঁ আপোনাৰ আসনৰ পৰা উঠিল। [২১]তাতে এহূদে বাঁও হাত মেলি, সোঁ কৰঙনৰ পৰা সেই তৰোৱাল লৈ তেওঁৰ পেটত এনেকৈ খোঁচ মাৰিলে, যে, তৰোৱাল নালে সৈতে পেটত সোমাল; [২২]আৰু তৰোৱালখন তেলে ঢাকি ধৰিলে, কিয়নো তেওঁ ইগ্লোনৰ পেটৰ পৰা তৰোৱাল নুলিয়ালে; আৰু সেয়ে বহিৰৰ দুৱাৰে বাহিৰ হল। [২৩]পাছে এহূদে বাহিৰ হৈ বাৰাণ্ডালৈ আহি, সেই বতাহ লোৱা খোঁটালীৰ দুৱাৰ জঁপাই, তেওঁক ভিতৰত থৈ চাবি মাৰিলে। [২৪]পাছে তেওঁ বাহিৰ ওলাই গলত, ৰজাৰ দাসবিলাকে আহি সেই বতাহ লোৱা খোঁটালীৰ দুৱাৰ বন্ধ দেখি কলে, ৰজাই অৱশ্যে বতাহ লোৱা খোঁটালীৰ ভিতৰত ভৰি ঢাকিছে। [২৫]পাছে সিহঁতে বাট চাই বহু বেলি থাকি আমনি লাগি, বতাহ লোৱা খোঁটালীৰ দুৱাৰ ৰজাই নেমেলা দেখি, চাবি লৈ দুৱাৰ মেলি আপোনাবিলাকৰ প্ৰভুক মৰি পৰি থকা দেখিলে। [২৬]সিহঁতে পলম কৰা কালত এহূদে পলাই নকচা কটা শিলবোৰ পাৰ হৈ চিয়ীৰালৈ গৈ ৰক্ষা পালে। [২৭]সেই ঠাই পাই ইফ্ৰয়িম পৰ্ব্বতত শিঙ্গা বজালে; পাছে ইস্রায়েলৰ সন্তানবিলাক তেৱেঁ সৈতে পৰ্ব্বতৰ পৰা নামোতে তেওঁ সিবিলাকৰ আগে আগে চলিল। [২৮]তেওঁ সিবিলাকক কলে, মোৰ পাছে পাছে আহি থাকা; কিয়নো যিহোৱাই তোমালোকৰ শত্ৰু মোৱাবীয়াইঁতক তোমালোকৰ হাতত দিলে। তেতিয়া সিবিলাকে তেওঁৰ পাছে পাছে নামি গৈ মোৱাবৰ সম্মুখত যৰ্দ্দনৰ পাৰঘাটবোৰ হাত কৰি লৈ এটা মানুহকো পাৰ হব নিদিলে। [২৯]সেই কালত সিবিলাকে মোৱাবৰ প্ৰায় দহ হাজাৰ লোকক বধ কৰিলে; সিহঁত সকলো শকত আৰু বীৰপুৰুষ; সিহঁতৰ কোনেও নিস্তাৰ নেপালে। [৩০]এই ৰূপে সেই দিনা ইস্রায়েলৰ দ্বাৰায় মোৱাবক বশীভূত কৰা হল। পাছে আশী বছৰলৈকে দেশ সুস্থিৰে থাকিল।

[৩১]তেওঁৰ পাছত, গৰু খেদোৱা বাৰিৰে পলেষ্টীয়াবিলাকৰ ছশ লোকক বধ কৰা অনাতৰ পুত্ৰ চম্গৰ উৎপন্ন হল; তেৱোঁ ইস্রায়েলক নিস্তাৰ কৰিলে।

### যাবীন ৰজাৰ উপদ্ৰৱৰ পৰা ইস্রায়েলৰ উদ্ধাৰ।

**৪** এহূদ মৰাৰ পাছত, ইস্রায়েলৰ সন্তানবিলাকে যিহোৱাৰ দৃষ্টিত আকৌ কু-আচৰণ কৰিলে। [২]তাতে যিহোৱাই হাচোৰত শাসন কৰা কনানীয়াবিলাকৰ ৰজা যাবীনৰ হাতত সিবিলাকক বেচিলে; হৰোচৎ-গোয়ীমত থকা চীচৰা সেই ৰজাৰ সেনাপতি আছিল। [৩]পাছে ইস্রায়েলৰ সন্তানবিলাকে যিহোৱাৰ আগত কাতৰোক্তি কৰিলে; কিয়নো, সেই সেনাপতিৰ

নশ লোহাৰ ৰথ থকাত তেওঁ বিশ বছৰলৈকে ইস্রায়েলৰ সন্তানবিলাকক বড়কৈ উপদ্ৰৱ কৰিছিল।

৪ সেই সময়ত লপ্পীদোতৰ ভাৰ্য্যা দবোৰা নামেৰে ভাববাদিনীয়ে ইস্রায়েলৰ বিচাৰ কৰিছিল। ৫ তেওঁ ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত, ৰামা আৰু বৈৎ-এলৰ মাজত থকা দবোৰাৰ খাজুৰ নামেৰে খাজুৰ গছৰ তলত বহে, আৰু বিচাৰৰ অৰ্থে ইস্রায়েলৰ সন্তানবিলাকে তেওঁৰ গুৰিলৈ উঠি যায়। ৬ পাছে তেওঁ মানুহ পঠাই নপ্তালীৰ কেদচৰ পৰা অবীনোৱমৰ পুত্ৰ বাৰাকক মাতি আনি কলে, বোলে, তুমি নপ্তালীৰ আৰু জবূলূনৰ সন্তানৰ দহ হাজাৰ লোকক লগত লৈ তাবোৰ পৰ্ব্বতলৈ চাপি যোৱা, এই বুলি ইস্রায়েলৰ ঈশ্বৰ যিহোৱাই জানো আজ্ঞা কৰা নাই? ৭ আৰু ময় যাবীনৰ সেনাপতি চীচৰাক, তেওঁৰ ৰথ আৰু তেওঁৰ লোকসমূহক কীচোন নদীৰ ওচৰত তোমাৰ গুৰিলৈ চপাম, আৰু ময় তোমাৰ হাতত তেওঁক সমৰ্পণ কৰিম। ৮ তেতিয়া বাৰাকে তেওঁক কলে, তুমি যদি মোৰ লগত যোৱা, তেনে হলে ময় যাম; কিন্তু তুমি মোৰ লগত নগলে, ময় নেযাওঁ। ৯ তেওঁ কলে, ময় অৱশ্যে তোমাৰ লগত যাম; কিন্তু তোমাৰ এই যুদ্ধযাত্ৰাত তোমাৰ যশ নহব; কিয়নো যিহোৱাই চীচৰাক এজনী তিৰুতাৰ হাতত বেচিব। তাৰ পাছে দবোৰাই উঠি বাৰাকে সৈতে কেদচলৈ গল। ১০ পাছে বাৰাকে জবূলূন আৰু নপ্তালীক কেদচলৈ মাতি গোটাই অনাত, দহ হাজাৰ লোক তেওঁৰ পাছে পাছে উঠি গল, আৰু দবোৰাও তেওঁৰ লগত গল। ১১ সেই কালত কেনীয়া হেবৰে কেনীয়াবিলাকৰ পৰা, মোচিৰ শহুৰেক হোববৰ সন্তানবিলাকৰ পৰা বেলেগ হৈ কেদচৰ ওচৰৰ চনন্নীমত থকা এলোন গছলৈকে আপোনাৰ তাম্বু তৰিছিল। ১২ পাছে অবীনোৱমৰ পুত্ৰ বাৰাক তাবোৰ পৰ্ব্বতত উঠিল, এই সম্বাদ পাই, ১৩ চীচৰাই আপোনাৰ সকলো ৰথ অৰ্থাৎ আপোনাৰ নশ লোহাৰ ৰথ, আৰু সকলো লোকক গোটাই লৈ হৰোচৎ-গোয়ীমৰ পৰা কীচোন নদীৰ ওচৰলৈ আহিল। ১৪ তেতিয়া দবোৰাই বাৰাকক কলে, উঠা; কিয়নো আজিয়েই যিহোৱাই চীচৰাক তোমাৰ হাতত দিলে: যিহোৱা জানো তোমাৰ আগত যুদ্ধলৈ ওলোৱা নাই? তেতিয়া বাৰাক আৰু তেওঁৰ পাছে পাছে যোৱা দহ হাজাৰ লোক তাবোৰ পৰ্ব্বতৰ পৰা নামিল। ১৫ পাছে যিহোৱাই চীচৰাক, তেওঁৰ সকলো ৰথ আৰু তেওঁৰ গোটেই সৈন্যসামন্তক বাৰাকৰ আগত তৰোৱালৰ ধাৰেৰে নিচেইকৈ ঘটুৱালে: তাতে চীচৰাই ৰথৰ পৰা নামি খোজ কাঢ়ি পলাল। ১৬ কিন্তু বাৰাকে হৰোচৎ-গোয়ীমলৈকে তেওঁৰ সকলো ৰথ আৰু সৈন্যসামন্তৰ পাছে পাছে খেদি গল; আৰু চীচৰাৰ সকলো সৈন্য তৰোৱালৰ ধাৰত পড়িল, এজনো শেষ নেথাকিল।

১৭ কিন্তু চীচৰাই খোজ কাঢ়ি সেই কেনীয়া হেবৰৰ তিৰুতা যায়েলৰ তাম্বুলৈ পলাল; কিয়নো সেই সময়ত হাচোৰৰ যাবীন ৰজাৰে আৰু কেনীয়া হেবৰৰ বংশৰে মিল আছিল। ১৮ আৰু যায়েলে চীচৰাক আগ বঢ়াই আনিবলৈ ওলাই গৈ তেওঁক কলে, হে মোৰ প্ৰভো, ভিতৰলৈ আহোক, মোৰ গুৰিলৈ ভিতৰলৈ আহোক, ভয় নকৰিব; তাতে চীচৰাই তেওঁৰ গুৰিলৈ তাম্বুৰ ভিতৰলৈ গলত, তেওঁ এখন কম্বল কাপৰেৰে তেওঁক ঢাকিলে। ১৯ তেতিয়া চীচৰাই তেওঁক কলে, বিনয় কৰোঁ, পান কৰিবলৈ মোক অলপ পানী দিয়া; কিয়নো মোৰ পিয়াহ লাগিছে। তাতে তেওঁ গাখীৰৰ মোট মেলি পান কৰিবলৈ দি তেওঁক ঢাকি ৰাখিলে। ২০ পাছে চীচৰাই তেওঁক কলে, তুমি তাম্বুৰ দুৱাৰমুখত থিয় হৈ থাকা; যদি কোনো মানুহে আহি তোমাক সোধে, যে, ইয়াত কোনো মানুহ আছে নে? তেতিয়া তুমি কবা, কোনো নাই। ২১ তাৰ পাছে হেবৰৰ তিৰুতা যায়েলে তাম্বুৰ এটা খুঁটি আৰু হাতুড়ি হাতত লৈ মনে মনে তেওঁৰ ওচৰলৈ গৈ, তেওঁৰ কুমত সেই খুঁটি মাৰিলে, আৰু খুঁটিটো মূৰ সৰকি মাটিত সোমাল; কাৰণ তেওঁ ভাগৰ লাগি বড় টোপনি গৈছিল। এই ৰূপে তেওঁ মৰিল। ২২ পাছে বাৰাকে চীচৰাৰ পাছে পাছে খেদি আহোঁতে, যায়েলে বাহিৰ ওলাই আগ বাঢ়ি গৈ তেওঁক কলে, আঁহা, তুমি যি মানুহক বিচাৰিছা, ময় তেওঁক দেখুৱাই দিওঁ; তাতে বাৰাকে তেওঁৰ তাম্বুত সোমাই দেখিলে, চীচৰা মৰি পড়ি আছে, আৰু তেওঁৰ কুমত খুঁটি

মৰা আছে। [২৩] এই ৰূপে যিহোৱাই সেই দিনা কনানীয়া যাবীন ৰজাক ইস্ৰায়েলৰ সন্তানবিলাকৰ আগত বশীভূত কৰিলে। [২৪] পাছে ইস্ৰায়েলৰ সন্তানবিলাকে কনানীয়া ৰজা যাবীনক সংহাৰ নকৰালৈকে কনানীয়া যাবীনৰ বিৰুদ্ধে সিবিলাকৰ হাত ক্ৰমে প্ৰবল হৈ উঠিল।

দবোৰাৰ গীত।

৫ সেই দিনা দবোৰা আৰু অবীনোৱমৰ পুত্ৰ বাৰাকে এই গীত গালে,
[২] ইস্ৰায়েলৰ মাজত নায়কবিলাক আগ হৈ গল,
লোকবিলাকে ইচ্ছা-মনেৰে আপোনাবিলাকক উৎসৰ্গ কৰিলে;
এই হেতুকে যিহোৱাৰ ধন্যবাদ কৰা।
[৩] হে ৰজাসকল, শুনা, হে অধিপতিবিলাক, কাণ পাতা;
ময় ময়েই যিহোৱাৰ উদ্দেশে গান কৰোঁ;
ময় ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে প্ৰসংসাৰ গীত গাওঁ।
[৪] হে যিহোৱা, তুমি চেয়ীৰৰ পৰা ওলাই অহা কালত,
তুমি ইদোম দেশৰ পৰা যাত্ৰা কৰা সময়ত,
পৃথিবী কঁপিল, আৰু আকাশে টোপাটোপে বৰষালে,
এনে কি, মেঘবোৰে টোপাটোপে জল বৰষালে।
[৫] যিহোৱাৰ সাক্ষাতে পৰ্ব্বতবোৰ পমি বৈ গল,
এনে কি, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ সাক্ষাতে সেই চীনয়ো পমি বৈ গল।
[৬] অনাত্তৰ পুত্ৰ চম্‌গৰৰ দিনত,
যায়েলৰ দিনত ৰাজ-আলিবোৰ এৰা পড়িছিল;
পথিকবোৰে বেঁকা সুৰুকীয়া বাটেদি গৈছিল।
[৭] ময় দবোৰা উৎপন্ন নহলোঁমানে,
ময় ইস্ৰায়েলৰ মাজত মাতৃ হৈ উৎপন্ন নহলোঁমানে,
ইস্ৰায়েলৰ মাজত গাঁওবোৰ এৰা পড়িল, সেইবোৰ এৰা পড়িল।
[৮] লোকবিলাকে নতুন দেৱতা মনোনীত কৰিছিল;
তেতিয়া নগৰৰ দুৱাৰত যুদ্ধ লাগিল:
ইস্ৰায়েলৰ চল্লিশ হাজাৰ লোকৰ মাজত,
এখন ঢাল, বা এপাত জাঠি জানো দেখা গৈছিল?
[৯] যিবিলাকে প্ৰজাবিলাকৰ মাজত ইচ্ছা-মনেৰে আপোনাবিলাকক উৎসৰ্গ কৰিলে,
ইস্ৰায়েলৰ এনে অধ্যক্ষবিলাকলৈ মোৰ মন আকৰ্ষিত হৈছে;
তোমালোকে যিহোৱাৰ ধন্যবাদ কৰা।
[১০] হে বগা গাধত উঠোঁতাসকল,
হে দলিচাত বহোঁতাসকল,
আৰু হে বাটত ফুৰোঁতাবিলাক, তোমালোকে ইয়াৰ বিষয়ে কোৱা।
[১১] পানী তোলা ঘাটত, ধনুৰ্দ্ধৰবিলাকৰ ধ্বনিৰ পৰা দূৰৈত,
লোকবিলাকে যিহোৱাৰ ধৰ্ম্মকাৰ্য্য,
ইস্ৰায়েলত কৰা তেওঁৰ শাসনৰ ধৰ্ম্মকাৰ্য্যবোৰ বৰ্ণাইছে।
সেই কালত যিহোৱাৰ প্ৰজাবিলাক নগৰৰ দুৱাৰলৈ নামি গল।
[১২] হে দবোৰা, সাৰ পোৱা, সাৰ পোৱা;
সাৰ পোৱা, সাৰ পোৱা, গীত গান কৰা;
হে বাৰাক, উঠা, হে অবীনোৱমৰ পুত্ৰ, তুমি বন্দী কৰাবোৰক বন্দী কৰি লৈ যোৱা।
[১৩] সেই কালত প্ৰধান লোকবিলাকৰ অৱশিষ্ট ভাগ আৰু লোকবিলাক নামিল;
যিহোৱা মোৰ কলীয়া হৈ বীৰবোৰৰ অহিতে নামি আহিল।
[১৪] ইফ্ৰয়িমৰ মাজৰ পৰা অমালেকত শিপা ধৰাবিলাকো নামি আহিল;
তোমাৰ লোকবিলাকৰ মাজত তোমাৰ পাছে পাছে বিন্যামীন আহিল;
মাখীৰৰ মাজৰ পৰা অধ্যক্ষবিলাক,
আৰু জবূলূনৰ মাজৰ পৰা সৈন্য-গণনাকাৰী দণ্ড ধৰোঁতাবিলাক নামিল।
[১৫] দবোৰাৰ লগত ইচাখৰৰ মুখ্যবিলাক আহিল:

ইচাখৰ যেনে, বাৰাকো তেনে ;
তেওঁৰ পাছে পাছে লোকবিলাক শীঘ্রে
উপত্যকালৈ নামিল।
ৰূবেণৰ জুৰীবোৰৰ ওচৰত বড় বড় সঙ্কল্প
কৰা হল।
[16] তুমি মেৰ-ৰখীয়াবিলাকৰ বাঁহীৰ শবদ
শুনিবলৈ,
মেৰৰ গঁৱালৰ মাজত কেলেই বহি থাকিলা ?
ৰূবেণৰ জুৰীবোৰৰ ওচৰত বড় বড় চিন্তা
কৰা গল।
[17] গিলিয়দ যৰ্দ্দনৰ সিপাৰে থাকিল ;
আৰু দান কিয় জাহাজত ৰল ?
আচেৰে সমুদ্ৰৰ তীৰত বহি থাকিল,
আৰু আপোন বন্দৰবোৰত ৰল।
[18] জবূলূন মৰণলৈকে প্ৰাণক তুচ্ছজ্ঞান
কৰা লোক,
আৰু নপ্তালীও ৰণস্থলিৰ ওখ ঠাইবোৰত
প্ৰাণক হেয়জ্ঞান কৰা লোক।
[19] ৰজাবিলাকে আহি যুদ্ধ কৰিলে ;
সেই কালত মগিদ্দো পানীৰ কোষত থকা
তানকত,
কনানৰ ৰজাবিলাকে ৰণ কৰিলে ;
সিবিলাকে এডোখৰ ৰূপো লবলৈ নেপালে।
[20] আকাশ-মণ্ডলৰ পৰা যুদ্ধ হল ;
আপোন আপোন পথত তৰাবোৰেও
চীচৰাৰ বিৰুদ্ধে ৰণ কৰিলে।
[21] কীচোন নদীয়ে সিঁহতক উটাই নিলে ;
প্ৰাচীন নদী সেই কীচোন নদীয়েই সিঁহতক
উটাই নিলে।
হে মোৰ মন, তুমি উৎসাহেৰে আগ বাঢ়া।
[22] তেতিয়া, ঘোঁৰা লৰুৱাই নিয়াত,
সিবিলাকৰ বীৰবিলাকে ঘোঁৰা লৰুৱাই
নিয়াত,
ঘোঁৰাৰ খুৰা বাজিল।
[23] যিহোৱাৰ দূতে কৈছে, তোমালোকে
মেৰোজক শাও দিয়া,
তাৰ নিবাসীবিলাকক অত্যন্ত শাও দিয়া ;
কিয়নো যিহোৱাৰ সহায়ৰ অৰ্থে সিঁহত অহা
নাই,
বীৰবিলাকৰ বিৰুদ্ধে যিহোৱাৰ সহায়ৰ
অৰ্থে সিঁহত নাহিল।

[24] কেনীয়া হেবৰৰ ভাৰ্য্যা যায়েল,
তিৰুতাবিলাকৰ মাজত ধন্যা ;
তাম্বুত থাকোঁতা তিৰুতাবিলাকৰ ভিতৰত
তেওঁ ধন্যা।
[25] তেওঁক পানী খুজিলত, তেওঁ গাখীৰ দিলে ;
তেওঁ ৰাজযোগ্য পাত্ৰত দৈ আনি দিলে।
[26] তেওঁ খুঁটিটালৈ আপোনাৰ হাত মেলিলে,
আৰু মিস্ত্ৰীৰ হাতুড়িটোলৈ সোঁ হাত বঢ়ালে;
তেওঁ চীচৰাক হাতুড়িৰে মাৰিলে,
তেওঁৰ মূৰ সৰকাই পেলালে ;
এনে কি, তেওঁ বিন্ধি তেওঁৰ কুম ফুটাই
পেলালে।
[27] তেওঁৰ ভৰিত তেওঁ আঁঠু পাৰিলে, দীঘল
দিলে, পড়ি থাকিল ;
তেওঁৰ ভৰিত তেওঁ আঁঠু পাৰিলে, দীঘল
দিলে,
তেওঁ আঁঠু পৰা ঠাইতে মৰা পড়িল।
[28] চীচৰাৰ মাতৃয়ে খিলিকি দুৱাৰেদি চাই
চিঁয়ৰি কলে,
তেওঁ খিলিকিৰ চিলিঙিয়েদি চিঁয়ৰি কলে,
তেওঁৰ ৰথ আহিবলৈ কিয় ইমান পলম
হৈছে ?
তেওঁৰ ৰথৰ চক্ৰ কিয় ধীৰে ধীৰে চলিছে ?
[29] তেওঁৰ জ্ঞানৱতী লিগিৰীবিলাকে তেওঁক
উত্তৰ কৰিলে,
এনে কি, তেওঁ নিজকে নিজে উত্তৰ দিলে,
[30] সিবিলাকে লুটদ্ৰব্য পাইছে নহয় ?
সিবিলাকে তাক ভাগ কৰি লৈছে নহয় ?
প্ৰতিজন পুৰুষে এজনী দুজনী ছোৱালী,
লুটি অনা নানা বৰণীয়া বস্ত্ৰ,
লুটি অনা নানা বৰণীয়া কাৰ্চোপি বন কৰা
বস্ত্ৰ,
লুট কৰি অনা, লোকৰ ডিঙিত পিন্ধা দুই
কিনাৰে কাৰ্চোপি বন কৰা নানা
বৰণীয়া বস্ত্ৰ চীচৰাই জানো পোৱা
নাই ?
[31] হে যিহোৱা, তোমাৰ সকলো শত্ৰু সেই
দৰে বিনষ্ট হওক ;
কিন্তু তেওঁক প্ৰেম কৰোঁতাবিলাক নিজ
প্ৰতাপেৰে উদয় হোৱা সূৰ্য্যৰ নিচিনা
হওক।

পাছে চল্লিশ বছরলৈকে দেশ সুখিলে থাকিল।

মিদিয়নীয়াইঁতৰ উপদ্ৰৱৰ পৰা উদ্ধাৰ কৰিবলৈ গিদিয়োনক আমন্ত্ৰণ কৰা।

৬ পাছে ইস্রায়েলর সন্তানবিলাকে যিহোবার সাক্ষাতে কু-আচরণ করিলত, যিহোবাই সিবিলাকক মিদিয়নর হাতত সাত বছরলৈকে সোধাই দিলে। [২] তাতে, ইস্রায়েলর ওপরত মিদিয়নর হাত প্রবল হলত, ইস্রায়েলর সন্তানবিলাকে মিদিয়নর ভয়ত পর্ব্বতর মাজত থকা গহ্বর, গুহা, আরু দুর্গম ঠাইবোর যুগুত করিলে। [৩] ইস্রায়েলে কঠিয়া সিঁচার পাছে, সেই মিদিয়নীয়া, অমালেকীয়া, আরু পূব দেশর লোকবিলাক আহে, আরু সিহঁতে সিবিলাকর বিরুদ্ধে আহি, [৪] সিবিলাকর সম্মুখত ছাউনি পাতি ঘচালৈকে ভূমিত উৎপন্ন হোৱা সকলো শস্য নষ্ট করে, আরু ইস্রায়েল দেশত খোৱা বস্তু, আরু মের, গরু, কি গাধ একোকে নেরে। [৫] কারণ সিহঁতে আপোন আপোন পশু আরু তাম্বু লগত লৈ আহে, বাহুল্যর কারণে ফরিঙর জাকর দরে আহে; সিহঁত আরু সিহঁতর উট অসংখ্য আছিল; আরু উচ্ছন্ন করিবর অর্থে সিহঁতে দেশত সোমায়। [৬] তাতে ইস্রায়েল মিদিয়নয়র আগত অতিশয় বলহীন হোৱাত, ইস্রায়েলর সন্তানবিলাকে যিহোৱালৈ কাতরোক্তি করিলে।

[৭] ইস্রায়েলর সন্তানবিলাকে মিদিয়নর কারণে যিহোৱার আগত কাতরোক্তি করিলত, [৮] যিহোৱাই ইস্রায়েলর সন্তানবিলাকর ওচরলৈ এজন ভাববাদী পঠালে; আরু তেওঁ সিবিলাকক কলে, ইস্রায়েলর ঈশ্বর যিহোৱাই এই কথা কৈছে, ময় তোমালোকক মিচরর পরা আনিলোঁ, বন্দী-ঘরর পরা উলিয়াই আনিলোঁ, [৯] আরু মিচরীয়াইঁতর হাতর পরা, তোমালোকক উপদ্রব করাবোরর হাতর পরা তোমালোকক উদ্ধার করিলোঁ, আরু তোমালোকর আগর পরা সিহঁতক দূর করি, সিহঁতর দেশ তোমালোকক দিলোঁ। [১০] আরু তোমালোকক কৈছিলোঁ, ময় তোমালোকর ঈশ্বর যিহোৱা; তোমালোকে যি ইমোরীয়াবিলাকর দেশত বাস করিছা, সিহঁতর দেৱতাবোরলৈ ভয় নকরিবা। কিন্তু তোমালোকে মোর বাক্য নুশুনিলা।

[১১] পাছে যিহোৱার দূত আহি, অবীয়েজ্রীয়া যোৱাচ গরাকী হোৱা অক্রাত থকা এলা গছজোপার তলত বহিল; সেই কালত তার পুত্র গিদিয়োনে মিদিয়নীয়াইঁতর পরা শস্য রক্ষা করিবর অর্থে দ্রাক্ষাকুণ্ডত ঘেঁহু ধান মারি আছিল। [১২] তেতিয়া যিহোৱার দূতে তেওঁক দর্শন দি কলে, হে মহাবীর, যিহোৱা তোমার লগত আছে। [১৩] গিদিয়োনে তেওঁক কলে, হায় হায়, হে মোর প্রভো, যিহোৱা যদি আমার লগত আছে, তেন্তে আমালৈ কিয় এই সকলো ঘটিল? যিহোৱাই আমাক মিচর দেশর পরা নানিলে নে? এই বুলি আমার ওপর-পিতৃবিলাকে তেওঁর যি সকলো আশ্চরিত কর্ম্মর কথা আমাক কৈছিল, সেয়ে কতা? কিন্তু এতিয়া যিহোৱাই আমাক ত্যাগ করি মিদিয়নীয়াবিলাকর হাতত সমর্পণ করিলে। [১৪] তেতিয়া যিহোৱাই তেওঁলৈ কৃপাদৃষ্টি করি তেওঁক কলে, তুমি আপোনার এই বলেরে গৈ, মিদিয়নর হাতর পরা ইস্রায়েলক নিস্তার করা; ময় তোমাক পঠাইছোঁ নহয় নে? [১৫] তাতে তেওঁ দূতক কলে, হায় হায়, হে মোর প্রভো, ময় কিহেরে ইস্রায়েলক নিস্তার করিম? দেখোক, মনচির মাজত মোর গোষ্ঠী সকলোতকৈ দুর্ব্বল, আরু মোর পিতৃ-বংশতো ময় আটাইতকৈ সরু। [১৬] তেতিয়া যিহোৱাই তেওঁক কলে, ময় নিশ্চয়ে তোমার সঙ্গী হম; তাতে তুমি মিদিয়নক এজন মানুহক মরার দরে মারিবা। [১৭] পাছে তেওঁ আকৌ দূতক কলে, ময় যদি আপোনার দৃষ্টিত অনুগ্রহপ্রাপ্ত হৈছোঁ, তেন্তে আপুনিয়েই যে মোরে সৈতে কথা হৈছে, ইয়ার এটা চিন মোক দিওক। [১৮] বিনয় করোঁ, ময় যেতিয়ালৈকে মোর নৈবেদ্য আনি আপোনার আগত উৎসর্গ নকরোঁহি, তেতিয়ালৈকে আপুনি ইয়ার পরা নেযাব। তাতে দূতে তেওঁক কলে, বারু, তুমি উলটি নাহামানে ময় থাকিম। [১৯] তেতিয়া গিদিয়োনে ভিতরলৈ গৈ এটা ছাগলী পোৱালি যুগুত করি, আরু এক ঐফা আটাগুড়ি লৈ খমীর নদিয়াকৈ কেইটামান পিঠা বনাই, সেই মাংস আদি এটা ডালিত ভরাই, আরু জোল এটা পাত্রত লৈ, সেই এলা গছজোপার তললৈ তেওঁর

গুৰিলৈ আনি তেওঁক দিলে। ২০ তাতে ঈশ্বৰৰ দূতে তেওঁক কলে, এই মাংস আৰু এই খমীৰ নোহোৱা পিঠাকেইটা লৈ এই শিলৰ ওপৰত থোৱা, আৰু জোলখিনি ঢালি দিয়া; তেতিয়া তেওঁ সেই ৰূপেই কৰিলে। ২১ পাছে যিহোৱাৰ দূতে তেওঁৰ হাতত থকা দণ্ডডালি আগ বঢ়াই সেই মাংস আৰু খমীৰ নোহোৱা পিঠাখিনি স্পৰ্শ কৰিলে; তাতে সেই শিলৰ পৰা অগ্নি ওলাই সেই মাংস আৰু পিঠাখিনি পুৰি পেলালে। পাছে যিহোৱাৰ দূত তেওঁৰ চকুৰ আগৰ পৰা গল। ২২ তাতে তেওঁ যে যিহোৱাৰ দূত, গিদিয়োনে তাকে বুজি কলে, হায় হায়, হে প্ৰভু যিহোৱা, ময় সম্মুখাসম্মুখি হৈ যিহোৱাৰ দূতক দেখিলোঁ। ২৩ তাতে যিহোৱাই তেওঁক কলে, তোমাৰ কুশল হওক, ভয় নকৰিবা, তুমি নমৰা। ২৪ তাৰ পাছে গিদিয়োনে সেই ঠাইতে যিহোৱাৰ অৰ্থে এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰি তাৰ নাম যিহোৱা-চালোম [যিহোৱাৰ শান্তি] ৰাখিলে; সেয়ে অবীয়েজ্ৰীয়াবিলাকৰ অফ্ৰাত আজিলৈকে আছে।

২৫ তাৰ পাছে সেই ৰাতিতে যিহোৱাই তেওঁক কলে, তুমি আপোন পিতৃৰ ভতৰা, অৰ্থাৎ সাত বছৰ বয়সীয়া দ্বিতীয় ভতৰাটো লোৱা, আৰু বাল দেৱতাৰ যি যজ্ঞবেদি তোমাৰ পিতৃৰ আছে, তাক ভাঙ্গা, আৰু তাৰ ওচৰত থকা আচেৰা মূৰ্ত্তিটো কাটি পেলোৱা; ২৬ আৰু এই দুৰ্গৰ টিঙত আপোন ঈশ্বৰ যিহোৱাৰ উদ্দেশে পৰিপাটিকৈ এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰি, পাছত সেই দ্বিতীয় ভতৰাটো লৈ, তুমি কাটি পেলাব লগা আচেৰা মূৰ্ত্তিৰ কাঠেৰে হোম-বলি উৎসৰ্গ কৰা। ২৭ তেতিয়া গিদিয়োনে আপোনাৰ দাসবিলাকৰ মাজৰ দহ জনক লগত লৈ যিহোৱাৰ বাক্য অনুসাৰে কাৰ্য্য কৰিলে; কিন্তু আপোনাৰ পিতৃ-বংশলৈ আৰু নগৰত থকা লোকবিলাকলৈ ভয় কৰাৰ কাৰণে, তেওঁ দিনৰ ভিতৰত তাক নকৰি, ৰাতি কৰিলে। ২৮ পাছে নগৰৰ লোকবিলাকে ৰাতিপুৱাতে উঠি দেখিলে, যে, বালৰ যজ্ঞবেদি ভঙ্গা, আৰু তাৰ ওচৰত থকা আচেৰা মূৰ্ত্তি কটা হল, আৰু নতুনকৈ সজা যজ্ঞবেদিৰ ওপৰত দ্বিতীয় ভতৰাটো উৎসৰ্গ কৰা হল। ২৯ তেতিয়া সিহঁতে ইটে সিটক কলে, এই কাম কোনে কৰিলে। পাছে ভালকৈ বিচাৰি সোধাত লোকে কলে, যোৱাচৰ পুত্ৰ গিদিয়োনে ইয়াক কৰিলে। ৩০ তাতে নগৰত থকা মানুহবোৰে যোৱাচক কলে, তোমাৰ পুত্ৰক বাহিৰলৈ উলিয়াই আনা, সি মৰিব লাগে; কিয়নো সি বালৰ যজ্ঞবেদি ভাঙ্গিলে, আৰু তাৰ ওচৰত থকা আচেৰা মূৰ্ত্তি কাটি পেলালে। ৩১ তেতিয়া যোৱাচে আপোনাৰ বিৰুদ্ধে থিয় হৈ থকা লোকবিলাকক কলে, বালৰ পক্ষ হৈ তোমালোকেই বিবাদ কৰিবা নে? তোমালোকেই জানো তাক উদ্ধাৰ কৰিবা? যি জনে তাৰ পক্ষ হৈ বিবাদ কৰিব, আজি ৰাতিপুৱাই তাৰ প্ৰাণদণ্ড হওক; বাল যদি দেৱতা হয়, তেন্তে সি আপোনাৰ বিবাদ আপুনি কৰোক; কিয়নো তাৰেই যজ্ঞবেদি ভঙ্গা হল। ৩২ এই হেতুকে, বালে ইয়াৰ লগত বিবাদ কৰোক, কিয়নো ই তাৰ যজ্ঞবেদি ভাঙ্গিলে, সি এই কথা কৈ সেই দিনা গিদিয়োনৰ নাম যিৰুব্বাল ৰাখিলে।

গিদিয়োনে মিদিয়নীয়াহঁতক পৰাজয় কৰা।

৩৩ সেই সময়ত সকলো মিদিয়নীয়া, অমালেকীয়া আৰু পূব দেশীয় লোকবিলাকে গোট খাই পাৰ হৈ আহি, যিজ্ৰীয়েল সমথলত ছাউনি পাতিলে। ৩৪ তেতিয়া যিহোৱাৰ আত্মা গিদিয়োনত স্থিতি হল; তাতে, তেওঁ শিঙ্গা বজালত, অবীয়েজ্ৰীয়া লোকবিলাকে তাৰ পাছত যাবলৈ গোট খালেহি। ৩৫ আৰু তেওঁ মনচিৰ সকলো ফাললৈ দূত পঠালত, সিবিলাকেও তেওঁৰ পাছত যাবলৈ গোট খালেহি; পাছে তেওঁ আচেৰ, জবূলূন, আৰু নপ্তালীৰ মাজলৈ দূত পঠালত, সিবিলাকেও ইবিলাকৰ লগ লবলৈ উঠি আহিল। ৩৬ তাৰ পাছে গিদিয়োনে ঈশ্বৰক কলে, তুমি যদি আপোন বাক্য অনুসাৰে মোৰ হাতেৰে ইস্ৰায়েলক উদ্ধাৰ কৰিবা, ৩৭ তেন্তে দেখা, ময় মৰণা মৰা থলাত এটা মেৰৰ পৰা কটা নোমখিনি থম; যদি অকল সেই নোমৰ ওপৰত নিয়ৰ পৰে, আৰু আটাই মাটি শুকানে থাকে, তেন্তে তোমাৰ বাক্য অনুসাৰে তুমি মোৰ হাতেৰে ইস্ৰায়েলক উদ্ধাৰ কৰিবা, ইয়াক বুজিম। ৩৮ পাছে সেই ৰূপেই ঘটিল; কিয়নো তাৰ পাছদিনা তেওঁ প্ৰভাতে উঠি সেই নোম চেপি তাৰ পৰা পুৰা এবাটি নিয়ৰ উলিয়ালে। ৩৯ তেতিয়া গিদিয়োনে

ঈশ্বৰক কলে, মোৰ বিৰুদ্ধে তোমাৰ ক্ৰোধ প্ৰজ্বলিত নহওক,ময় কেৱল আৰু এটী কথা কওঁ : বিনয় কৰোঁ, ময় নোমৰ দ্বাৰায় আৰু এবাৰ পৰীক্ষা চাওঁ; এতিয়া অকল নোম শুকানে থাওক, আৰু সকলো মাটিৰ ওপৰত নিয়ৰ পড়োক। [৪০] পাছে ঈশ্বৰে সেই ৰাতিও তেনে কৰিলে : কিয়নো অকল নোম শুকানে থাকিল, আৰু সকলো মাটিত নিয়ৰ পৰিল।

৭ পাছে যিৰুব্বাল-গিদিয়োন আৰু তেওঁৰ লগৰ সকলো লোকে ৰাতিপুৱাতে উঠি হাৰোদ ভুমুকৰ ওচৰত ছাউনি পাতিলে; তেতিয়া মিদিয়নৰ ছাউনি সিবিলাকৰ উত্তৰকালে মোৰি পৰ্ব্বতৰ গুৰিত সমথলত আছিল।

[২] পাছে যিহোৱাই গিদিয়োনক কলে, তোমাৰ লগৰ লোকবিলাকৰ সংখ্যা ইমান অধিক, যে, ময় মিদিয়নক সিবিলাকৰ হাতত নিদিম; যদি দিওঁ, তেন্তে ইস্ৰায়েলে মোৰ অহিতে অহঙ্কাৰ কৰি কব, ময় নিজ হাতেৰে নিস্তাৰ পালোঁ। [৩] এই হেতুকে তুমি লোকবিলাকৰ আগত এই কথা ঘোষণা কৰা, যি কোনো ভয়াতুৰ আৰু ত্ৰাসযুক্ত, সি উলটি যাওক, গিলিয়দ পৰ্ব্বতৰ পৰা গুচি যাওক; তাতে লোকবিলাকৰ মাজৰ পৰা বাইশ হাজাৰ লোক উভটি গল, কেৱল দহ হাজাৰ অৱশিষ্ট থাকিল।

[৪] পাছে যিহোৱাই গিদিয়োনক কলে, লোকবিলাক এতিয়াও অধিক আছে; তুমি সিবিলাকক পানীৰ ওচৰলৈ নমাই নিয়া; সেই ঠাইত ময় তোমাৰ নিমিত্তে সিবিলাকক পৰীক্ষা কৰি চাম। তাতে, যাৰ বিষয়ে ময় তোমাক কম, যে, এই মানুহ তোমাৰ লগত যাব, সি যাব; আৰু যাৰ বিষয়ে ময় তোমাক কম, যে, এই মানুহ তোমাৰ লগত নেযাব, সি নেযাব। [৫] তাতে, তেওঁ লোকবিলাকক পানীৰ ওচৰলৈ নমাই লৈ গলত, যিহোৱাই গিদিয়োনক কলে, যি কোনোৱে কুকুৰৰ নিচিনাকৈ জিবাৰে পানী চেলেকি খাব তাক, আৰু যি কোনোৱে পানী পিবলৈ আঁঠু পাৰি চাপৰিব তাকো পৃথকে ৰাখিবা; [৬] তাতে মুখলৈ হাত তুলি পানী চেলেকি খোৱা মানুহ লেখত তিনি শ হল; কিন্তু আন সকলো লোকে পানী পিবলৈ আঁঠু পাৰি চাপৰিলে। [৭] পাছে যিহোৱাই গিদিয়োনক কলে, চেলেকি পানী খোৱা এই তিনি শ লোকৰ দ্বাৰায় ময় তোমালোকক উদ্ধাৰ কৰিম, আৰু মিদিয়নীয়াহঁতক তোমাৰ হাতত সমৰ্পণ কৰিম; আন সকলো লোক আপোন আপোন ঠাইলৈ গুচি যাওক। [৮] পাছে সিবিলাকে লোকবিলাকৰ খোৱা বস্তু আৰু শিঙ্গাবোৰ ললে; আৰু গিদিয়োনে ইস্ৰায়েলৰ আটাই মানুহক আপোন আপোন তাম্বুলৈ যাবলৈ বিদায় দি, সেই তিনি শ মানুহ লগত ৰাখিলে। সেই সময়ত মিদিয়নৰ ছাউনি তাৰ তলত সমথলত আছিল।

[৯] পাছে সেই ৰাতি যিহোৱাই তেওঁক কলে, উঠা, সেই ছাউনিৰ বিৰুদ্ধে নামি যোৱা; কিয়নো ময় তোমাৰ হাতত তাক সমৰ্পণ কৰিলোঁ। [১০] যদি তুমি যাবলৈ ভয় কৰা, তেন্তে তোমাৰ দাস পূৰাক লগত লৈ ছাউনিলৈ নামি যোৱা; [১১] তাতে, সিহঁতে কি কয়, তাক শুনি, ছাউনিৰ বিৰুদ্ধে যাবলৈ তোমাৰ হাত সবল হৈ যাব। তেতিয়া তেওঁ আপোন দাস পুৰাক লগত লৈ, ভালকৈ সাজু হৈ থকা লোকবিলাকৰ ছাউনিৰ সম্মুখলৈ নামি গল। [১২] সেই মিদিয়নীয়া, অমালেকীয়া আৰু পূব দেশীয় লোকবিলাক বাহুল্যৰ কাৰণে ফৰিঙৰ জাকৰ দৰে সমথলত পড়ি আছিল, আৰু সিহঁতৰ উটবোৰো বাহুল্যৰ কাৰণে তীৰত থকা বালিৰ দৰে অসংখ্য আছিল। [১৩] পাছে গিদিয়োন ওচৰলৈ আহিলত, সিহঁতৰ মাজৰ এজনে আপোন লগৰীয়াক এই সপোনৰ কথা কৈছিল, দেখা, ময় এটা সপোন দেখিলোঁ, যে, যৱৰ এটা পিঠা বাগৰি মিদিয়নৰ ছাউনিৰ মাজলৈ আহিল, আৰু ৰজাৰ তাম্বুটোলৈ গৈ তাত খুন্দা থালে; তাতে তাম্বুটো লুটি খাই দীঘল হৈ পড়িল। [১৪] তেতিয়া তাৰ লগৰীয়াই উত্তৰ দি কলে, তাক ইস্ৰায়েলীয়া যোৱাচৰ পুত্ৰ গিদিয়োনৰ তৰোৱালৰ বাহিৰে আন একো নুবুজায়; ঈশ্বৰে মিদিয়নক আৰু গোটেই ছাউনিক তেওঁৰ হাতত সমৰ্পণ কৰিলে।

[১৫] তেতিয়া গিদিয়োনে সেই সপোনৰ কথা, আৰু তাৰ অৰ্থ শুনি প্ৰণিপাত কৰিলে : পাছে তেওঁ ইস্ৰায়েলৰ ছাউনিলৈ উলটি আহি কলে, উঠা; কিয়নো যিহোৱাই তোমালোকৰ হাতত মিদিয়নৰ ছাউনি সোধাই দিলে। [১৬] পাছে তেওঁ সেই তিনি শ লোকক তিনি দল কৰি প্ৰতিজনৰ হাতত এটা শিঙ্গা, এটা শুদা ঘট, আৰু প্ৰত্যেক

ঘটর ভিতরত এটা এটা আরিয়া দিলে। [17] আরু সিবিলাকক কলে, তোমালোকে মোলৈ চাই থাকি মোর দরেই করিবা; দেখা,ময় ছাউনির মূর পালেগৈ যেনে করিম, তোমালোকেও তেনে করিবা। [18] ময় আরু মোর আটাই সঙ্গীবোরে শিঙ্গা বজালে তোমালোকেও গোটেই ছাউনির চারিওকোষে থাকি শিঙ্গা বজাবা, আরু যিহোৱা ও গিদিয়োনর জয়, এই বুলি কবা।

[19] পাছে মধ্য প্রহরর আরম্ভনত সিহঁতে নতুন পরীয়া স্থাপন করামাত্রে গিদিয়োন আরু তেওঁর লগর এশ লোক ছাউনির মূরলৈ গৈ শিঙ্গা বজালে, আরু আপোন আপোন হাতত থকা ঘট ভাঙ্গি পেলালে। [20] এই রূপে তিনিও দলর লোকে শিঙ্গা বজালে আরু ঘট ভাঙ্গি পেলালে; আরু বাওঁ হাতেরে আরিয়া, আরু সোঁ হাতেরে বজাবর নিমিত্তে শিঙ্গা ধরিলে, আরু বড়কৈ রিঙিয়াই কবলৈ ধরিলে, বোলে, "যিহোৱা আরু গিদিয়োনর তরোৱাল।" [21] আরু ছাউনির চারিওফালে প্রতিজনে আপোন আপোন ঠাইত থিয় হৈ রল; তাতে ছাউনিত থকা সকলো লোক লরাধপরা করি চিঁয়রি পলাবলৈ ধরিলে। [22] সেই তিনি শ শিঙ্গা বজালত, যিহোৱাই সিহঁতর প্রতিজনর তরোৱাল আপোন আপোন লগরীয়া আরু সকলো সৈন্যর অহিতে চলোৱালে; তাতে সৈন্যবিলাক চরেরার ফাললৈ বৈৎ-চিত্তালৈকে, আরু টব্বতর ওচরত থকা আবেল-মহোলার সীমালৈকে পলাল। [23] পাছে নপ্তালী, আচের, আরু মনচির আটাই দেশর পরা ইস্রায়েলর লোকবিলাকে গোট খাই মিদিয়নর পাছে পাছে খেদি গল। [24] আরু গিদিয়োনে ইফ্রয়িম পর্ব্বতীয়া অঞ্চলর সকলো ফালে দূত পঠাই, এই কথা কলে, তোমালোকে মিদিয়নর বিরুদ্ধে নামি যোৱা, আরু সিহঁতর আগেয়ে বৈৎ-বারালৈকে সকলো পানী, আরু যর্দ্দনর পারঘাট হাত করি লোৱাগৈ। তাতে ইফ্রয়িমর সকলো লোকে গোট খাই বৈৎ-বারালৈকে আটাই পানী, আরু যর্দ্দনর পারঘাটো হাত করি ললে। [25] আরু সিবিলাকে ওরেব আরু জেব নামেরে মিদিয়নর দুজন অধিপতিক ধরি, ওরেব নামেরে শিলত ওরেবক বধ করিলে, আরু জেব নামেরে দ্রাক্ষাকুণ্ডর ওচরত জেবক বধ করিলে। আরু সিবিলাকে মিদিয়নর পাছে পাছে খেদি গল; আরু ওরেবর ও জেবর মূর যর্দ্দনর সিপারলৈ গিদিয়োনর গুরিলৈ আনিলে।

৮ পাছে ইফ্রয়িমর লোকবিলাকে গিদিয়োনক কলে, তুমি মিদিয়নে সৈতে যুদ্ধ করিবলৈ যোৱা সময়ত আমাক যে নেমাতিলা, ইয়াতে আমালৈ কেনে ব্যবহার করিলা? এই বুলি সিবিলাকে তেওঁৰে সৈতে বড়কৈ বিবাদ করিলে। [2] তেতিয়া তেওঁ সিবিলাকক কলে, এতিয়া তোমালোকর কার্য্যর নিচিনা ময় কি কার্য্য করিলোঁ? অবীয়েজরর দ্রাক্ষাগুটি গোটোৱাতকৈ ইফ্রয়িমর চের পরা দ্রাক্ষাগুটি গোটোৱাই জানো উত্তম নহয়? [3] তোমালোকর হাততে তো ঈশ্বরে মিদিয়নর অধিপতি ওরেব আরু জেবক সমর্পণ করিলে; তোমালোকর এই কার্য্যর নিচিনা কোন কার্য্য করিবলৈ মোর সাধ্য হল? তেতিয়া তেওঁ এই কথা কলত, তেওঁলৈ সিবিলাকর খং গুচিল। [4] পাছে গিদিয়োন আরু তেওঁর লগর তিনি শ লোকে খেদি গৈ গৈ, শ্রান্ত হৈয়ো যর্দ্দন পাই পার হৈ চুক্কোতর মানুহক কলে, বিনয় করোঁ, [5] তোমালোকে মোর লগত পাছে পাছে অহা লোকবিলাকক পিঠা দিয়া; কিয়নো সিবিলাক শ্রান্ত হৈছে, আরু ময় মিদিয়নর রজা জেবহ আরু চল্‌মুন্নার পাছে পাছে খেদি আহিছোঁ। [6] তেতিয়া চুক্কোতর অধ্যক্ষবিলাকে কলে, জেবহ আরু চল্‌মুন্না জানো এতিয়া তোমার হাতত পড়িল, যে, আমি তোমার সৈন্যবিলাকক পিঠা দিম? [7] তেতিয়া গিদিয়োনে কলে, বারু, যেতিয়া যিহোৱাই জেবহক আরু চল্‌মুন্নাক মোর হাতত দিব, তেতিয়া ময় কাঁইটীয়া বন আরু কাঁইট গছেরে তহঁতর গার মঙহ ছিরিম। [8] পাছে তেওঁ তার পরা পনূৱেললৈ উঠি গৈ, তার লোকবিলাককো সেই রূপে কলে; তাতে চুক্কোতর লোকবিলাকে যেনে উত্তর দিছিল, পনূৱেলর লোকবিলাকেও তেওঁক তেনে উত্তর দিলে। [9] তেতিয়া তেওঁ পনূৱেলর লোকবিলাককো কলে, কুশলে উলটি অহা কালত ময় এই কোঁঠ ভাঙ্গি পেলাম।

[10] সেই সময়ত জেবহ, চল্‌মুন্না, আরু সিবিলাকর পোন্ধের হাজারমান সৈন্য কর্কোরত আছিল; পূব দেশীয়বিলাকর সকলো সৈন্যবিলাকর মাজত ইহঁতেই মাত্র অৱশিষ্ট আছিল;

কিয়নো সিহঁতৰ তৰোৱাল ধৰা লোক এক লাখ বিশ হাজাৰ ৰণত পৰিল। [১১] পাছে গিদিয়োনে নোবহৰ আৰু যগ্‌বেহাৰ পূবকালে তাম্বুত থকাবিলাকৰ বাটেদি উঠি গৈ, সেই সৈন্যসমূহক আঘাত কৰিলে; কিয়নো সেই সৈন্যসমূহ নিশ্চিন্তে আছিল। [১২] তেতিয়া জেবহ আৰু চল্‌মুন্না পলাই যোৱাত, তেওঁ সিবিলাকৰ পাছে পাছে খেদি গৈ মিদিয়নৰ সেই দুজন ৰজা জেবহ আৰু চল্‌মুন্নাক ধৰিলে, আৰু তেওঁ আটাই সৈন্যসমূহক ব্যাকুল কৰিলে। [১৩] পাছে যোৱাচৰ পুত্ৰ গিদিয়োনে হেৰচলৈ উঠি যোৱা বাটেদি যুদ্ধৰ পৰা উলটি আহোঁতে, [১৪] চুক্কোতৰ লোকবিলাকৰ এজন ডেকাক ধৰি সোধাপোচা কৰিলে; তাতে সি চুক্কোতৰ অধ্যক্ষ আৰু বৃদ্ধ লোকবিলাকৰ সাতসত্তৰ জনৰ নাম তেওঁৰ নিমিত্তে লিখি দিলে। [১৫] পাছে তেওঁ চুক্কোতৰ লোকবিলাকৰ ওচৰলৈ গৈ কলে, জেবহ আৰু চল্‌মুন্না জানো তোমাৰ হাতত পৰিল, যে, আমি তোমাৰ শ্ৰান্ত হোৱা লোকবোৰক পিঠা দিম? এই বুলি তহঁতে যাৰ নাম লৈ মোক ধিক্কাৰ দিছিলি, সেই জেবহ আৰু চল্‌মুন্না এইয়া চা। [১৬] তেতিয়া তেওঁ সেই নগৰৰ বৃদ্ধ লোকবিলাকক ধৰি আনি কাঁইটীয়া বন, আৰু কাঁইট গছ লৈ তাৰে চুক্কোতৰ সেই লোকবিলাকক শিকনি দিলে। [১৭] আৰু তেওঁ পনূৱেলৰ কোঁঠটো ভাঙ্গি পেলালে, আৰু সেই নগৰৰ লোকবিলাকক বধ কৰিলে। [১৮] তাৰ পাছে তেওঁ জেবহ আৰু চল্‌মুন্নাক সুধিলে, তহঁতে তাবোৰত যি লোকবিলাকক বধ কৰিছিলি, সিহঁত কেনেকুৱা মানুহ? তাতে সিহঁতে উত্তৰ কৰিলে, আপুনি যেনেকুৱা, সিবিলাকো তেনেকুৱা; প্ৰতিজন ৰজাৰ কোঁৱৰৰ নিচিনা আছিল। [১৯] তাতে তেওঁ কলে, সিবিলাক মোৰ ভাই আছিল, আমি একে আইৰে; জীৱন্ত ঈশ্বৰৰ শপথ, তহঁতে সিবিলাকক জীয়াই ৰখা হলে, মই তহঁতক বধ নকৰিলোঁহেঁতেন। [২০] পাছে তেওঁ আপোন বড় পুতেক যেথৰক কলে, উঠ, ইহঁতক বধ কৰ। কিন্তু সেই লৰাই আপোনাৰ তৰোৱাল নুলিয়ালে; কাৰণ তেতিয়াও সি লৰা আছিল; সেই কাৰণে সি ভয় কৰিলে। [২১] তাতে জেবহ আৰু চল্‌মুন্নাই গিদিয়োনক কলে, আপুনিয়েই উঠি আমাক বধ কৰোক; কিয়নো যি যেনে মানুহ, তাৰ তেনে বল। তেতিয়া গিদিয়োনে উঠি জেবহক আৰু চল্‌মুন্নাক বধ কৰিলে, আৰু সিবিলাকৰ উটৰ ডিঙিৰ চন্দ্ৰহাৰবোৰ ললে।

[২২] পাছে ইস্ৰায়েলৰ লোকবিলাকে গিদিয়োনক কলে, আপুনি পো নাতি আদিক্ৰমে আমাৰ ওপৰত শাসন কৰোক; কিয়নো আপুনি মিদিয়নৰ হাতৰ পৰা আমাক উদ্ধাৰ কৰিলে। [২৩] তেতিয়া গিদিয়োনে কলে, মই তোমালোকৰ ওপৰত শাসন নকৰোঁ, আৰু মোৰ পুত্ৰয়ো তোমালোকৰ ওপৰত শাসন নকৰিব; যিহোৱাইহে তোমালোকৰ ওপৰত শাসন কৰিব। [২৪] পাছে গিদিয়োনে কলে, মই তোমালোকৰ গুৰিত এটী নিবেদন কৰোঁ, তোমালোক প্ৰতিজনে লুটি অনা আপোন আপোন কুণ্ডল মোক দিয়া; (কিয়নো শত্ৰুবোৰ ইশ্মায়েলীয়া লোক, এই নিমিত্তে সিহঁতৰ সোণৰ কুণ্ডল আছিল।) [২৫] তাতে সিবিলাকে উত্তৰ কৰিলে, আমি অৱশ্যে দিম। পাছে সিবিলাকে এখান কাপৰ পাৰি তাৰ মাজত প্ৰতিজনে লুটি অনা আপোন আপোন কুণ্ডল পেলালে। [২৬] তাতে তেওঁ খোজা কুণ্ডল জোখত এক হাজাৰ সাত শ চেকল সোণ হল; ইয়াৰ বাহিৰে চন্দ্ৰহাৰ, উত্তি, আৰু মিদিয়নীয়া ৰজাবিলাকে পিন্ধা বেঙেনা বৰণীয়া বস্ত্ৰ, আৰু সিহঁতৰ উটৰ ডিঙিৰ হাৰ আছিল। [২৭] পাছে গিদিয়োনে তাক লৈ এখন এফোদ বস্ত্ৰ তৈয়াৰ কৰি আপোন নগৰ অফ্ৰাত তাক থলে; তাতে গোটেই ইস্ৰায়েলে সেই ঠাইতে তাৰ পাছে পাছে চলি ব্যভিচাৰী হল; এয়ে গিদিয়োন আৰু তেওঁৰ বংশলৈ ফান্দস্বৰূপ হল। [২৮] এই ৰূপে মিদিয়নে ইস্ৰায়েলৰ সন্তানবিলাকৰ বশ হৈ মূৰ দাঙিব আৰু নোৱাৰিলে। আৰু গিদিয়োনৰ কালত চল্লিশ বছৰলৈকে দেশ সুখিলে থাকিল।

[২৯] তাৰ পাছে যোৱাচৰ পুত্ৰ যিৰুব্বালে আপোন ঘৰত বাস কৰিলেগৈ। [৩০] সেই গিদিয়োনৰ ঔৰসত হোৱা সত্তৰ জন পুতেক আছিল; কিয়নো তেওঁৰ অনেক তিৰুতা আছিল। [৩১] আৰু চিখিমত তেওঁৰ যি উপপত্নী আছিল, তাৰো তেওঁলৈ এক পুত্ৰ জন্মালে; তাতে তেওঁ তাৰ নাম অবীমেলক ৰাখিলে। [৩২] পাছে যোৱাচৰ পুত্ৰ

গিদিয়োন বৃদ্ধ অৱস্থাত মরিলত, অবীয়েজ্রীয়াবিলাকর অক্রাত তেওঁর বাপেক যোৱাচর মৈদামেই তেওঁর মৈদাম হল।

অবীমেলকর বিবরণ।

[৩৩] গিদিয়োনর মৃত্যু হোৱামাত্রকে ইস্রায়েলর সন্তানবিলাকে পুনরায় বাল দেৱতাবোরর পাছত চলি ব্যভিচারী হৈ বাল্-বরীতক আপোনাবিলাকর ইষ্ট দেৱতা বুলি ললে। [৩৪] যি জনাই চারিওফালে থকা আটাই শত্রুবোরর হাতর পরা সিবিলাকক উদ্ধার করিছিল, ইস্রায়েলর সন্তানবিলাকে আপোনাবিলাকর সেই ঈশ্বর যিহোৱাক সোঁৱরণ নকরিলে। [৩৫] আরু যিরুব্বাল-গিদিয়োনে ইস্রায়েললৈ যি রূপ মঙ্গল করিছিল, সিবিলাকে সেই রূপে তেওঁর বংশলৈ দয়া ব্যৱহার নকরিলে।

**৯** পাছে যিরুব্বালর পুতেক অবীমেলকে চিখিমলৈ আপোনার মোমায়েকহঁতর ওরিলৈ গৈ, সিহঁতে সৈতে আরু আপোন মাকর পিতৃ-বংশর সকলো গোষ্ঠীরে সৈতে কথাবার্ত্তা হৈ কলে, [২] নিবেদন করোঁ, তোমালোকে চিখিমর সকলো গৃহস্থর আগত এই কথা কোৱা, তোমালোকর ওপরত সত্তর জনে, অর্থাৎ যিরুব্বালর আটাই পুতেকহঁতে শাসন করা ভাল নে, বা এজনে করা ভাল? ময় তোমালোকর হাড়র হাড় আরু মঙহর মঙহ, ইয়াকো সোঁৱরা। [৩] তাতে তার মোমায়েকহঁতে তার অর্থে চিখিমর সকলো গৃহস্থবিলাকর আগত সেই আটাই কথা কলত, সিহঁতে অবীমেলকর পাছত চলিবলৈ সিহঁতর মনত প্রবৃত্তি জন্মিল; কিয়নো সিহঁতে কলে, তেওঁ আমার ভাই। [৪] পাছে সিহঁতে বাল-বরীতর মন্দিরর পরা তাক সত্তর ডোথর রূপ দিলে; তাতে অবীমেলকে অসার আরু পাতল মনর লোকবিলাকক সেই রূপ বেচ দিলত, সিহঁত তার পাছত চলোঁতা হল। [৫] পাছে সি অফ্রালৈ আপোনার বাপেকর ঘরলৈ গৈ, আপোনার ভাই যিরুব্বালর সত্তর জন পুতেকক একেটা শিলর ওপরত বধ করিলে; কেৱল, যিরুব্বালর সরু পুতেক যোথম লুকাই থকাত, সি অৱশিষ্ট রল।

[৬] পাছে চিখিমর গৃহস্থবিলাক আরু বৈৎ-মিল্লোর সকলো লোক গোট খাই, চিখিমর স্তম্ভর ওচরত থকা এলোন গছজোপার গুরিলৈ গৈ অবীমেলকক রজা পাতিলে। [৭] পাছে যোথমে সেই বার্ত্তা পাই, গরিজ্জীম পর্ব্বতর টিঙলৈ গৈ থিয় হৈ বড়কৈ রিঙিয়াই সিহঁতক কলে, হে চিখিমর গৃহস্থবিলাক, ঈশ্বরে যেন তোমালোকলৈ কাণ দিব, এই নিমিত্তে তোমালোকেও মোর কথালৈ কাণ দিয়া। [৮] বৃক্ষবোরে আপোনাবিলাকর ওপরত রজা অভিষেক করিবর অর্থে রজা বিচারি গৈ জিতবৃক্ষক কলে, তুমি আমার ওপরত রজা হোৱা। [৯] কিন্তু জিতবৃক্ষই সিহঁতক কলে, মোত থকা যি তেলেরে লোকে ঈশ্বর আরু মানুহক সম্মান দিয়ে, তাক এরি ময় জানো বৃক্ষবোরর ওপরত শাসন করিবলৈ যাম? [১০] পাছে বৃক্ষবোরে ডিমরু গছক কলে, আহাঁ, তুমিয়েই আমার ওপরত রজা হোৱা। [১১] কিন্তু ডিমরু গছে সিহঁতক কলে, ময় জানো আপোনার সোৱাদ আরু উত্তম ফল ত্যাগ করি বৃক্ষবোরর ওপরত শাসন করিবলৈ যাম? [১২] পাছে বৃক্ষবোরে দ্রাক্ষালতাক কলে, তুমিয়েই আহি আমার ওপরত রজা হোৱা। [১৩] কিন্তু দ্রাক্ষালতাই সিহঁতক কলে, মোর যি রসে ঈশ্বর আরু মানুহক সন্তোষ লগায়, তাক এরি ময় জানো বৃক্ষবোরর ওপরত শাসন করিবলৈ যাম? [১৪] পাছে আটাই বৃক্ষবোরে কাঁইট গছক কলে, তুমিয়েই আহি আমার ওপরত রজা হোৱা। [১৫] তাতে কাঁইট গছে বৃক্ষবোরক কলে, তোমালোকে আপোনাবিলাকর ওপরত রজা হবলৈ মোক যদি স্বরূপেই অভিষেক করা, তেন্তে মোর ছাঁত আশ্রয় লোৱাহি; যদি নোলোৱা, তেন্তে কাঁইট গছর পরা জুই ওলাই লিবানোনর এরচ গছবোর পুরি পেলাওক। [১৬] দেখা, এতিয়া অবীমেলকক রজা পাতি তোমালোকে যদি সত্যভাবে আরু সরল মনেরে ঠিক আচরণ করিলা, আরু যদি যিরুব্বালর আরু তেওঁর বংশলৈকো সদ্ব্যৱহার করিলা, আরু তেওঁর হাতর কর্ম্ম অনুসারে তেওঁলৈ ব্যৱহার করিলা, [১৭] (কিয়নো মোর পিতৃয়ে তোমালোকর নিমিত্তে যুদ্ধ করিলে, আরু আপোন প্রাণ তুচ্ছজ্ঞান করিও মিদিয়নর হাতর পরা তোমালোকক উদ্ধার করিলে; [১৮] কিন্তু তোমালোকে আজি মোর পিতৃ-বংশর বিরুদ্ধে উঠি একেটা শিলর ওপরতে

তেওঁৰ সত্তৰ জন পুতেকক বধ কৰি তেওঁৰ বেটীৰ পুতেক অবীমেলকক আমাৰ ভাই বুলি চিখিমৰ গৃহস্থবিলাকৰ ওপৰত ৰজা পাতিলা। ) [১৯] আজি যদি তোমালোকে যিৰুব্বালৰ আৰু তেওঁৰ বংশলৈ সত্য আৰু ন্যায় আচৰণ কৰিলা, তেন্তে অবীমেলকতে আনন্দ কৰা, আৰু সিও তোমালোকতে আনন্দ কৰোক। [২০] কিন্তু যদি সেয়ে নহয়, তেন্তে অবীমেলকৰ পৰা জুই ওলাই চিখিমৰ গৃহস্থবিলাকক আৰু বৈৎ-মিল্লোৰ লোকবিলাকক পুৰি পেলাওক, আৰু চিখিমৰ গৃহস্থবিলাকৰ পৰা আৰু বৈৎ-মিল্লোৰ লোকবিলাকৰ পৰা জুই ওলাই অবীমেলককো পুৰি পেলাওক। [২১] এই বুলি যোথমে লৰ মাৰি পলাই গল, আৰু বেৰলৈ গৈ আপোন ভায়েক অবীমেলকৰ ভয়ত সেই ঠাইতে বাস কৰিলে।

[২২] তাৰ পাছে অবীমেলকে ইস্ৰায়েলৰ ওপৰত তিনি বছৰ শাসন কৰিলে। [২৩] পাছে, যিৰুব্বালৰ সত্তৰ জন পুতেকলৈ কৰা অত্যাচাৰৰ প্ৰতিফল যেন ঘটে, আৰু সিহঁতক বধ কৰা সিহঁতৰ ভায়েক অবীমেলকৰ ওপৰত, আৰু ভায়েকহঁতক বধ কৰিবলৈ তেওঁক সহায় কৰা চিখিমৰ গৃহস্থবিলাকৰ ওপৰত সেই ৰক্তপাতৰ দোষ যেন পৰে, [২৪] এই নিমিত্তে, ঈশ্বৰে অবীমেলকৰ আৰু চিখিমৰ গৃহস্থবিলাকৰ মাজলৈ হিংসা জন্মাওঁতা আত্মা পঠাই দিলে, আৰু চিখিমৰ গৃহস্থবিলাকে অবীমেলকলৈ বিশ্বাসঘাতকতা কৰিলে। [২৫] আৰু চিখিমৰ গৃহস্থবিলাকে তেওঁৰ বিৰুদ্ধে পৰ্ব্বতৰ টিঙত মানুহ লুকুৱাই ৰাখিলে; তাতে যিমান মানুহ সিহঁতৰ ওচৰৰ বাটেদি যায়, সেই আটাইৰে বস্তু সিহঁতে লুটি লয়; পাছে অবীমেলকে তাৰ বাৰ্ত্তা পালে।

[২৬] তাৰ পাছে এবদৰ পুতেক গালে আপোনাৰ জ্ঞাতি-কুটুম্ববিলাকক লগত লৈ চিখিমলৈ আহিল; তাতে চিখিমৰ গৃহস্থবিলাকে তাক বিশ্বাস কৰিলে। [২৭] পাছে সিহঁতে ওলাই আপোন আপোন দ্ৰাক্ষাক্ষেতিলৈ গৈ, দ্ৰাক্ষাগুটি চপাই আৰু গচকি প্ৰশংসাৰ অৰ্থে উপহাৰ আনি, আপোনাবিলাকৰ দেৱতাবোৰৰ মন্দিৰলৈ গৈ ভোজন-পান কৰি অবীমেলকক শাও দিলে। [২৮] বিশেষকৈ এবদৰ পুতেক গালে কলে, অবীমেলক কোন, আৰু চিখিম কোন, যে, আমি তাৰ অধীন হৈ থাকিম? সি জানো যিৰুব্বালৰ পুতেক নহয়? আৰু জবুল জানো তাৰ নগৰৰ অধ্যক্ষ নহয়? তোমালোকে চিখিমৰ বাপেক হমোৰ-বংশীয় লোকবিলাকৰ অধীন হোৱা; আমি সেই মানুহৰ অধীন কেলেই হম? [২৯] অস, এই লোকবিলাক মোৰ হাতত হোৱা হলে কেনে ভাল আছিল! মই অবীমেলকক দূৰ কৰিলোঁহেঁতেন। পাছে সি অবীমেলকলৈ কৈ পঠালে, বোলে, তুমি সৈন্য অধিক্‌কৈ বঢ়াই লৈ ওলাই আহাঁ। [৩০] এবদৰ পুতেক গালৰ সেই কথা নগৰৰ অধ্যক্ষ জবুলে শুনিলত, তাৰ ক্ৰোধ জ্বলি উঠিল। [৩১] তাতে সি অবীমেলকৰ গুৰিলৈ দূত পঠাই কলে, দেখা, এবদৰ পুতেক গাল আৰু তাৰ জ্ঞাতি-কুটুম্ববিলাক চিখিমলৈ আহিল, আৰু দেখা, সিহঁতে তোমাৰ বিৰুদ্ধে নগৰৰ লোকবিলাকক কুবুদ্ধি দিছে। [৩২] এই হেতুকে তুমি আপোনাৰ লগৰ লোকবিলাকে সৈতে ৰাতিতে উঠি ক্ষেতিৰ মাজত লুকাই থাকিবা। [৩৩] পাছে ৰাতিপুৱা সূৰ্য্য উদয় হোৱামাত্ৰে তুমি উঠি আহি নগৰ আক্ৰমণ কৰিবা; তাতে দেখা, সি আৰু তাৰ লগৰ লোকবিলাক তোমাৰ বিৰুদ্ধে ওলাব; তেতিয়া তুমি যি কৰিব পাৰা, তাকে সিহঁতলৈ কৰিবা।

[৩৪] পাছে অবীমেলক আৰু তেওঁৰ লগৰ লোকবিলাকে ৰাতিতে উঠি, চাৰি দল হৈ চিখিমৰ বিৰুদ্ধে লুকাই ৰলগৈ। [৩৫] আৰু এবদৰ পুতেক গাল ওলাই গৈ নগৰৰ দুৱাৰ-মুখত থিয় হল। পাছে অবীমেলক আৰু তেওঁৰ লগৰ লোকবিলাক লুকাই থকা ঠাইৰ পৰা ওলাই আহোঁতে, [৩৬] গালে সেই লোকবিলাকক দেখি জবুলক কলে, সৌৱা দেখা, পৰ্ব্বতৰ টিঙৰ পৰা লোকসমূহ নামি আহিছে; তাতে জবুলে তাক কলে, তুমি পৰ্ব্বতৰ ছাঁকেহে মানুহ যেন দেখিছা। [৩৭] পাছে গালে আকৌ কলে, দেখা, দেশৰ উচ্চভূমিৰ পৰা লোকবিলাক নামি আহিছে, আৰু গণকবিলাকৰ এলোন গছজোপাৰ বাটেদি আৰু এদল লোক আহিছে। [৩৮] তাতে জবুলে কলে, যি মুখেৰে কৈছিলি, অবীমেলক কোন, যে, আমি তাৰ অধীন হম? এতিয়া তোৰ সেই মুখ ক'ত? তয় যি লোকবিলাকক তুচ্ছ কৰি-

ছিলি, সিহঁত জানো সেইবোর নহয় ? এতিয়া ওলাই যা, সিহঁতে সৈতে যুদ্ধ করগৈ। ৩৯ পাছে গালে চিখিমর গৃহস্থবিলাকর অগ্রগামী হৈ বাহিরলৈ ওলাই গৈ, অবীমেলকে সৈতে যুদ্ধ করিলে। ৪০ তাতে অবীমেলকে তাক খেদিলত, সি তেওঁর আগর পরা পলাল; আরু দুৱার-মুখলৈকে অনেক লোক মরা পড়িল। ৪১ পাছে অবীমেলক অরুমাত থাকিল, আরু জবুলে গালক আরু তার জ্ঞাতি-কুটুম্ববিলাকক খেদি দি চিখিমত আরু থাকিব নিদিলে। ৪২ তার পাছ-দিনা রাতিপুৱা লোকবিলাকে নগরর বাহির ওলাই ক্ষেতিলৈ গল। তাতে অবীমেলকে তার বার্ত্তা পাই, ৪৩ আপোনার লগর মানুহবিলাকক তিনি ভাগ করি লৈ ক্ষেতির মাজত লুকাই থাকিল; পাছে লোকবিলাকক নগরর পরা বাহির হৈ অহা দেখি, তেওঁ সিহঁতর বিরুদ্ধে গৈ সিহঁতক আঘাত করিলে। ৪৪ অবীমেলক আরু তেওঁর লগর দলে বেগেরে গৈ নগরর দুৱার-মুখত থিয় হৈ রল, আরু আন দুদলে, ক্ষেতিত থকা সকলো লোকক আক্রমণ করি প্রহার করিলে। ৪৫ তার পাছে অবীমেলকে সেই ওরে-দিনটো সেই নগরর বিরুদ্ধে যুদ্ধ করিলে; আরু শেষত নগর হাত করি লৈ তার ভিতরত থকা লোকবিলাকক বধ করিলে, আরু নগরখন ভূমিরে সমান করি তার ওপরত লোণ সিঁচিলে।

৪৬ পাছে চিখিম দুর্গত থকা গৃহস্থবোরে এই কথা শুনি এল-বরীৎ নামেরে দেবতার মন্দিরত থকা এটা দৃঢ় ঘরত সোমালগৈ। ৪৭ পাছে চিখিম দুর্গত থকা আটাই গৃহস্থবোর একে লগ হৈছে, এনে কথা অবীমেলকে শুনিলত, ৪৮ অবীমেলক আরু তেওঁর লগর সকলো লোকবিলাক চল্‌মোন পর্ব্বতলৈ উঠি গল; আরু অবীমেলকে হাতত কুঠার লৈ গছর এটা ডাল কাটি আপোনার কান্ধত লৈ আপোনার লগর লোকবিলাকক কলে, তোমালোকে মোক যিহকে করিবর দেখিছা, বেগাই তেনে করা। ৪৯ তাতে আটাই লোকবিলাকেও এটা এটা ডাল কাটি লৈ, অবীমেলকর পাছে পাছে গৈ সেই ডালবোর সেই দৃঢ় ঘরর গাতে দি, সিহঁতরে সৈতে সেই দৃঢ় ঘরত জুই লগাই দিলে; এই রূপে চিখিম দুর্গত থকা সকলো লোক মরিল; সিহঁত মটাই তিরুতাই প্রায় এক হাজার লোক আছিল।

৫০ পাছে অবীমেলকে তেবেচলৈ গৈ তার বিরুদ্ধে ছাউনি পাতি তাক হাত করি ললে। ৫১ কিন্তু সেই নগরর ভিতরত এটা দৃঢ় কোঁঠ থকাত, মটা আরু তিরুতা, আরু নগরর সকলো গৃহস্থ লোকে পলাই গৈ, তার ভিতরত সোমাই তার দুৱার মারি কোঁঠর চালর ওপরত উঠিল। ৫২ পাছে অবীমেলকে সেই কোঁঠর ওচরলৈ আহি তার বিরুদ্ধে যুদ্ধ করিলে, আরু দুৱারখন জুই লগাই পুরিবর নিমিত্তে তার ওচরলৈকে গল। ৫৩ তাতে এজনী তিরুতাই জাঁতর ওপরর শিল্‌চটা লৈ, অবীমেলকর মূরর ওপরত পেলাই দি তেওঁর মূরর লাউখোলা ভাঙ্গিলে। ৫৪ তাতে তেওঁ বেগাই আপোনার অস্ত্র ধরা ডেকাক মাতি কলে, তর তরোৱাল উলিয়াই মোক বধ কর; নকরিলে পাছত মানুহে মোর বিষয়ে কব, এজনী তিরুতা মানুহে তেওঁক বধ করিলে। তাতে সেই ডেকাই খুঁচিলত তেওঁ মরিল। ৫৫ পাছে অবীমেলক মরা দেখি ইস্রায়েল লোকবিলাকর প্রতিজনে আপোন আপোন ঠাইলৈ গুচি গল। ৫৬ এই রূপে, আপোনার সত্তর জন ভায়েকক বধ করি তেওঁ আপোনার বাপেকর বিরুদ্ধে যি কুকর্ম্ম করিছিল, ঈশ্বরে তার সমুচিত দণ্ড তেওঁক দিলে; ৫৭ আরু চিখিমর লোকবিলাকরো মূরর ওপরলৈ ঈশ্বরে সিহঁতর সকলো কুকর্ম্মর প্রতিফল আনিলে; আরু যিরুব্বালর পুতেক যোথমর শাও সিহঁতত ফলিয়ালে।

তোলা আরু যায়ীরর বিষয়। যিপ্তহর বিবরণ।
ইব্‌চন, এলোন, আরু অব্দোনর বিষয়।

১০ অবীমেলকর পাছত, ইচাখরর বংশর দোদোর নাতিয়েক পূৱার পুত্র তোলা ইস্রায়েলক নিস্তার করিবলৈ উৎপন্ন হল; তেওঁ ইফ্রয়িম পর্ব্বতীয়া অঞ্চলত চামীরত বাস করিছিল। ২ তেওঁ তেইশ বছর ইস্রায়েলর বিচার করিলে; পাছে তেওঁর মৃত্যু হলত, চামীরত তেওঁক মৈদাম দিয়া হল।

৩ তেওঁর পাছত গিলিয়দীয়া যায়ীর উৎপন্ন হৈ, বাইশ বছরলৈকে ইস্রায়েলর বিচার করিলে। ৪ তেওঁর ত্রিশ জন পুতেক আছিল; সিবিলাকে

ত্ৰিশটা গাধত উঠি ফুৰে; আৰু সিবিলাকৰ ত্ৰিশখন নগৰ আছিল; গিলিয়দত থকা সেই-বোৰ নগৰক আজিলৈকে হৱোৎ-যায়ীৰ বোলা যায়। [৫] পাছে যায়ীৰ মৰিলত, তেওঁৰ মৈদাম কামোনত দিয়া হল।

[৬] পাছে ইস্ৰায়েলৰ সন্তানবিলাকে যিহোৱাৰ সাক্ষাতে আকৌ কু-আচৰণ কৰিলে, আৰু বাল দেৱতাবোৰৰ, অষ্টাৰেৎ দেৱীবোৰৰ, আৰু অৰাম, চীদোন, মোৱাব, আৰু অম্মোনৰ সন্তানবিলাকৰ, আৰু পলেষ্টীয়াবিলাকৰ দেৱতাবোৰক পূজা কৰিবলৈ ধৰিলে, কিন্তু যিহোৱাক ত্যাগ কৰি, তেওঁক সেৱাভক্তি নকৰিলে। [৭] এই হেতুকে ইস্ৰায়েলৰ বিৰুদ্ধে যিহোৱাৰ ক্ৰোধ জ্বলি উঠাত, তেওঁ পলেষ্টীয়াবিলাকৰ আৰু অম্মোনৰ সন্তান-বিলাকৰ হাতত সিহঁতক বেচিলে। [৮] আৰু সিহঁতে সেই বছৰত ইস্ৰায়েলৰ সন্তানবিলাকক দুঃখ দি উপদ্ৰৱ কৰিলে; সিহঁতে ওঠৰ বছৰ-লৈকে যৰ্দ্দনৰ সিপাৰে থকা গিলিয়দৰ অধীনৰ ইমোৰীয়া দেশত বাস কৰা ইস্ৰায়েলৰ সন্তান সকলোকে উপদ্ৰৱ কৰিলে। [৯] আৰু অম্মোনৰ সন্তানবিলাকে যিহুদা, বিন্যামীন, আৰু ইফ্ৰয়িমৰ বংশই সৈতে যুদ্ধ কৰিবলৈ যৰ্দ্দন পাৰ হল; তাতে ইস্ৰায়েল বৰ ঠেকত পৰিল। [১০] পাছে ইস্ৰায়েলৰ সন্তানবিলাকে যিহোৱাৰ আগত কাতৰোক্তি কৰি কলে, আমি আপোন ঈশ্বৰক ত্যাগ কৰি, আৰু বাল দেৱতাবোৰক পূজা কৰি তোমাৰ বিৰুদ্ধে পাপ কৰিলোঁ। [১১] তাতে যিহোৱাই ইস্ৰায়েলৰ সন্তানবিলাকক কলে, মিচৰীয়া, ইমোৰীয়া, অম্মোনীয়া, আৰু পলেষ্টীয়া লোকৰ পৰা ময় জানো তোমালোকক উদ্ধাৰ কৰা নাই? [১২] আৰু চীদোনীয়া, অমালেকীয়া, আৰু মায়োনীয়াহঁতে যেতিয়া তোমালোকক উপদ্ৰৱ কৰিছিল, তেতিয়া, তোমালোকে মোৰ আগত কাতৰোক্তি কৰাত, ময় সিহঁতৰ হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিলোঁ। [১৩] তথাপি তোমালোকে মোক ত্যাগ কৰি ইতৰ দেৱতা-বোৰক পূজা কৰিলা; এই হেতুকে ময় তোমা-লোকক আৰু নিস্তাৰ নকৰিম। [১৪] তোমা-লোকে গৈ আপোনাবিলাকৰ মনোনীত সেই দেৱতাবোৰৰ গুৰিত কাতৰোক্তি কৰাগৈ; তোমালোকৰ সঙ্কটৰ কালত সিহঁতেই তোমা-লোকক নিস্তাৰ কৰোক। [১৫] তাতে ইস্ৰায়েলৰ সন্তানবিলাকে যিহোৱাক কলে, আমি পাপ কৰিলোঁ; এতিয়া তোমাৰ দৃষ্টিত যিহকে ভাল দেখা, তাকেই আমালৈ কৰা; কেৱল আমাক আজি উদ্ধাৰ কৰা, আমি এই নিবেদন কৰোঁ। [১৬] তাৰ পাছত সিবিলাকে আপোনাবিলাকৰ মাজৰ পৰা পৰজাতীয় দেৱতাবোৰ দূৰ কৰি, যিহোৱাৰ সেৱা কৰিলে; তাতে ইস্ৰায়েলৰ দুঃখ দেখি তেওঁ অধৈৰ্য্য হল।

[১৭] সেই কালত অম্মোনৰ সন্তানবিলাকে গোট খাই আহি গিলিয়দত ছাউনি পাতিলে, আৰু ইস্ৰায়েলৰ সন্তানবিলাকে গোট খাই মিস্পাত ছাউনি পাতিলে। [১৮] তাতে গিলিয়দৰ লোকে বিশেষকৈ সিবিলাকৰ অধ্যক্ষবিলাকে ইজনে সিজনক কলে, অম্মোনৰ সন্তানবিলাকে সৈতে যুদ্ধ কৰিবলৈ কোনে আৰম্ভ কৰিব? যি জনে কৰিব, তেওঁ গিলিয়দ-নিবাসী সকলো লোকৰ ওপৰত মূল মানুহ হব।

**১১** সেই কালত গিলিয়দীয়া যিপ্তহ নামেৰে এজন মহাবীৰ আছিল; তেওঁ এজনী বেশ্যাৰ পুতেক; গিলিয়দৰ ঔৰসত তেওঁ জন্ম পাইছিল। [২] আৰু গিলিয়দৰ ভাৰ্য্যায়ো তেওঁলৈ কেইবাটাও পুতেক জন্মালে; পাছে ভাৰ্য্যাত জন্মা সেই পুতেকবিলাক যেতিয়া ডাঙৰ হল, তেতিয়া সিহঁতে যিপ্তহক খেদি দি কলে, আমাৰ পিতৃ-বংশৰ মাজত তয় অধিকাৰ নেপাবা; কিয়নো তয় সামান্য তিৰুতাৰ পুতেক। [৩] তাতে যিপ্তহ আপোনাৰ ভায়েকবিলাকৰ আগৰ পৰা পলাই গৈ, টোব দেশত প্ৰবাস কৰিলে, আৰু কেতবোৰ অসাৰ মনৰ মানুহে যিপ্তহে সৈতে গোট খাই তেওঁৰ লগত ফুৰিলে।

[৪] কিছু কালৰ পাছে অম্মোনৰ সন্তানবিলাকে ইস্ৰায়েলে সৈতে ৰণ কৰিবলৈ ধৰিলে। [৫] তেতিয়া, ইস্ৰায়েলে সৈতে অম্মোনৰ সন্তান-বিলাকে ৰণ কৰাত, গিলিয়দৰ বৃদ্ধবিলাকে যিপ্তহক টোব দেশৰ পৰা আনিবলৈ গল। [৬] আৰু সিবিলাকে যিপ্তহক কলে, তুমি আহি আমাৰ সেনাপতি হোৱা; আমি অম্মোনৰ সন্তানবিলাকে সৈতে যুদ্ধ কৰোঁ। [৭] তাতে যিপ্তহে গিলিয়দৰ বৃদ্ধবিলাকক কলে, তোমা-লোকেই জানো মোক ঘিণ কৰি মোৰ পিতৃ-

বংশর মাজর পরা খেদি দিয়া নাই? এতিয়া টানত পড়ি মোর ওচরলৈ কেলেই আহিছা? [৮] তাতে গিলিয়দর বৃদ্ধবিলাকে যিপ্তহক কলে, সেই কারণেইহে আমি তোমার ওচরলৈ আহিছোঁ; তুমি আমার লগত গৈ অম্মোনর সন্তানবিলাকে সৈতে যুদ্ধ করা; তাতে তুমি আমার অর্থাৎ গিলিয়দত থকা সকলো লোকর ওপরত মূল মানুহ হবা। [৯] তেতিয়া যিপ্তহে গিলিয়দর বৃদ্ধবিলাকক কলে, তোমালোকে যদি অম্মোনর সন্তানবিলাকে সৈতে যুদ্ধ করিবলৈ মোক আপোন দেশলৈ ওলোটাই নিয়া, আরু যিহোবাই যদি মোর হাতত সিহঁতক সমর্পণ করে, তেন্তে ময়েই তোমালোকর ওপরত মূল মানুহ হম। [১০] তাতে গিলিয়দর বৃদ্ধবিলাকে কলে, যিহোবা আমার মাজত সাক্ষী; আমি অবশ্যে তোমার কথার দরে করিম। [১১] পাছে, যিপ্তহ গিলিয়দর বৃদ্ধবিলাকে সৈতে গল, আরু লোক-বিলাকে তেওঁক আপোনাবিলাকর ওপরত মূল মানুহ আরু সেনাপতি পাতি ললে; তার পাছে যিপ্তহে মিস্পাত যিহোবার আগত আপোনার সকলো কথা জনালে।

[১২] তার পাছে যিপ্তহে অম্মোনর সন্তান-বিলাকর রজার গুরিলৈ দূত পঠাই কলে, মোর লগত তোমার কি কথা আছে, যে তুমি মোর দেশর বিরুদ্ধে যুদ্ধ করিবলৈ মোর ওচরলৈ আহিলা? [১৩] তাতে অম্মোনর সন্তানবিলাকর রজাই যিপ্তহর দূতবিলাকক কলে, কারণ এই, যে, ইস্রায়েল যেতিয়া মিচর দেশর পরা বাহির হৈ আহিছিল, তেতিয়া সিবিলাকে অর্ণোনর পরা যব্বোক আরু যর্দ্দনলৈকে মোর মাটি কাঢ়ি ললে; এই হেতুকে এতিয়া নির্ব্বিরোধে তাক ওলোটাই দিয়া। [১৪] তাতে যিপ্তহে অম্মোনর সন্তানবিলাকর রজার গুরিলৈ আকৌ দূত পঠাই, [১৫] তেওঁক কলে, যিপ্তহে এই কথা কৈছে, মোৱাবর মাটি বা অম্মোনর সন্তানবিলাকর মাটি ইস্রায়েলে কাঢ়ি লোৱা নাই। [১৬] কিন্তু মিচর দেশর পরা অহা কালত, ইস্রায়েলে চুফ সাগরলৈকে অরণ্যর মাজত ভ্রমণ করি যেতিয়া কাদেচ পালেহি, [১৭] তেতিয়া ইস্রায়েলে ইদোমর রজার ওচরলৈ দূত পঠাই কলে, বিনয় করোঁ, তোমার দেশর মাজেদি মোক যাব দিয়া; কিন্তু ইদোমর রজাই সেই কথা নুশুনিলে। আরু সেই রূপে মোৱাবর রজার তালৈকো কৈ পঠালত, তেওঁ সম্মত নহল; এই হেতুকে ইস্রায়েল কাদেচত থাকিল। [১৮] পাছে সিবিলাকে অরণ্যর মাজেদি গৈ ইদোম আরু মোৱাবর দেশ ঘূরি মোৱাবর দেশর পূব-ফালেদি আহি অর্ণোনর সিপারে ছাউনি পাতিলে; সিবিলাকে মোৱাবর সীমার মাজত নোসোমাল, কিয়নো অর্ণোন মোৱাবর সীমা। [১৯] পাছে ইস্রায়েলে হিচ্‌বোনর ইমোরীয়া রজা চীহোনর গুরিলৈ দূত পঠাই এই কথা কলে, আমি বিনয় করোঁ, তোমার দেশর মাজেদি আমি যাব লগীয়া ঠাইলৈ আমাক যাব দিয়া। [২০] তাতে চীহোনেও আপোন সীমার মাজেদি যাবলৈ দিবলৈ ইস্রায়েলক বিশ্বাস নকরি, আপোনার সকলো লোকক গোট খুৱাই যহচত ছাউনি পাতি ইস্রায়েলে সৈতে যুদ্ধ করিলে। [২১] তেতিয়া, ইস্রায়েলর ঈশ্বর যিহোবাই চীহোনক আরু তেওঁর সকলো লোকক ইস্রায়েলর হাতত সমর্পণ করাত, সিবিলাকে সিহঁতক আঘাত করিলে; এই রূপে ইস্রায়েলে সেই দেশ-নিবাসী ইমোরীয়াবিলাকর গোটেই দেশ অধিকার করিলে। [২২] সিবিলাকে অর্ণোনর পরা যব্বোক-লৈকে, আরু অরণ্যর পরা যর্দ্দনলৈকে ইমোরীয়া-বিলাকর আটাই অঞ্চল অধিকার করিলে। [২৩] এই রূপে ইস্রায়েলর ঈশ্বর যিহোবাই আপোন প্রজা ইস্রায়েলর আগতে ইমোরীয়াবিলাকক অধিকার নাইকিয়া করিলত, তুমি জানো সিহঁতর দেশ অধিকার করিবা? [২৪] তোমার দেৱতা কমোচে তোমাক অধিকার করিবলৈ যি দিছে, তুমি তাকেই অধিকার নকরিবা নে? সেই রূপে, আমার ঈশ্বর যিহোবাই আমার আগত যিবোরক অধিকার নাইকিয়া করিছে, সেই সকলোরে অধিকার আমি পাইছোঁ। [২৫] কোন্নো-ছোন, মোৱাবর রজা চিপ্পোরর পুতেক বালা-কতকৈ তুমি জানো উত্তম? তেওঁ জানো ইস্রা-য়েলর অহিতে বিবাদ করিছিল? বা সিবিলাকর বিরুদ্ধে যুদ্ধ করিছিল? [২৬] হিচ্‌বোনত আরু তার উপনগরত, অরোয়েরত আরু তার উপনগরত, আরু অর্ণোনর পারর ওচরত থকা সকলো নগরত তিনি শ বছরর পরা ইস্রায়েলে বাস করি আছে; ইমান দিনর ভিতরত তোমালোকে তাক কেলেই

ওস্তোটাই নললা? [27] মই হলে তোমাৰ বিৰুদ্ধে কোনো দোষ কৰা নাই; কিন্তু তুমি আমাৰে সৈতে যুদ্ধ কৰি মোলৈ অন্যায় কৰিছা; বিচাৰ-কৰ্ত্তা যিহোৱাই আজি ইস্ৰায়েলৰ আৰু অম্মোনৰ সন্তানবিলাকৰ মাজত বিচাৰ কৰোক। [28] তথাপি, যিপ্তহে কৈ পঠোৱা সেই সকলো কথাত অম্মোনৰ সন্তানবিলাকৰ ৰজাই কাণ নিদিলে।

[29] পাছে যিহোৱাৰ আত্মা যিপ্তহৰ ওপৰত স্থিতি হোৱাত, তেওঁ গিলিয়দ আৰু মনচিৰ মাজেদি গিলিয়দৰ মিস্পিলৈ গল; আৰু গিলিয়দৰ মিস্পিৰ পৰা অম্মোনৰ সন্তানবিলাকৰ ওচৰ পালেগৈ। [30] সেই সময়ত যিপ্তহে যিহোৱাৰ উদ্দেশে সঙ্কল্প কৰি কলে, তুমি যদি অম্মোনৰ সন্তানবিলাকক স্বৰূপেই মোৰ হাতত সমৰ্পণ কৰা, [31] তেন্তে, মই অম্মোনৰ সন্তানবিলাকৰ পৰা কুশলে উলটি অহা কালত, মোক আগ বঢ়াই নিবলৈ, মোৰ ঘৰৰ দুৱাৰৰ পৰা যেয়ে ওলাব, সি নিশ্চয়ে যিহোৱাৰ হব, মই তাক হোম-বলি-স্বৰূপে উৎসৰ্গ কৰিম। [32] সেই ৰূপে যিপ্তহে অম্মোনৰ সন্তানবিলাকৰ লগত যুদ্ধ কৰিবলৈ সিহঁতৰ ওচৰলৈ পাৰ হৈ গলত, যিহোৱাই সিহঁতক তেওঁৰ হাতত দিলে। [33] তাতে তেওঁ অৰোয়েৰৰ পৰা মিন্নীতলৈকে আৰু আবেল-কৰামীমলৈকে, বিশখন নগৰ জয় কৰি মহাসংহাৰেৰে সিহঁতক সংহাৰ কৰিলে। এই ৰূপে অম্মোনৰ সন্তানবিলাক ইস্ৰায়েলৰ সন্তানবিলাকৰ বশীভূত হল।

[34] তাৰ পাছে যিপ্তহে মিস্পালৈ আপোন ঘৰলৈ উলটি আহিছিল, এনেতে, দেখা, তেওঁক আগ বঢ়াবলৈ তেওঁৰ জীয়েকে খঞ্জৰি হাতত লৈ বজাই নাচি নাচি বাহিৰ ওলাই আহিল; তাই তেওঁৰ একে জনী মাথোন জীয়েক; তাইৰ বাহিৰে তেওঁৰ পুতেক বা জীয়েক আৰু নাছিল। [35] তেতিয়া তেওঁ আপোনাৰ জীয়েকক দেখা পোৱা-মাত্ৰে আপোনাৰ কাপৰ ফালি কলে, হায় হায়, মোৰ পোনা, তুমি মোক বড় ব্যাকুলত পেলালা, মোক ক্লেশ দিওঁতাবোৰৰ মাজৰ তুমিও এজন হলা; কিয়নো মই যিহোৱাৰ উদ্দেশে মুখ মেলিলোঁ, তাক আৰু লৰাব নোৱাৰোঁ। [36] তাতে তাই বাপেকক কলে, হে মোৰ পিতৃ, তুমি যিহোৱাৰ উদ্দেশে মুখ মেলিলা, তোমাৰ মুখৰ পৰা ওলোৱা বাক্যৰ দৰে মোলৈ কৰা; কিয়নো যিহোৱাই তোমাৰ নিমিত্তে তোমাৰ শত্ৰু অম্মোনৰ সন্তানবিলাকৰ ওপৰত প্ৰতিকাৰ সাধিলে। [37] পাছে তাই বাপেকক কলে, মোৰ অৰ্থে এটা কাম কৰা যাওক; দুমাহলৈ মোক বিদায় দিয়া; মই পৰ্ব্বতলৈ গৈ মোৰ কুমাৰীত্বৰ অৰ্থে মোৰ সখীবিলাকে সৈতে বিলাপ কৰোঁগৈ। [38] তাতে তেওঁ যোৱা বুলি তাইক দুমাহলৈ বিদায় দিলে; তেতিয়া তাই আপোন সখীবিলাকে সৈতে গৈ পৰ্ব্বতবোৰৰ ওপৰত আপোন কুমাৰীত্বৰ অৰ্থে বিলাপ কৰিলে। [39] পাছে দুমাহৰ মূৰত তাই বাপেকৰ ওচৰলৈ উলটি আহিল; তাইৰ বাপেকে আপুনি কৰা সঙ্কল্পৰ দৰে তাইলৈ কৰিলে; তাই কোনো পুৰুষৰ মুখ দেখা নাছিল। তেতিয়াৰে পৰা ইস্ৰায়েলৰ মাজত এই ৰীতি প্ৰচলিত হল, [40] যে, বছৰে বছৰে গিলিয়দীয়া যিপ্তহৰ জীয়েকৰ নিমিত্তে বিলাপ কৰিবলৈ ইস্ৰায়েলৰ জীয়াৰীবিলাকে বছৰৰ ভিতৰত চাৰি দিন যায়।

**১২** পাছে ইফ্ৰয়িমৰ লোকবিলাকে গোট খাই চাফোনলৈ গৈ যিপ্তহক কলে, তোমাৰ লগত যাবলৈ আমাক নেমাতি, তুমি অম্মোনৰ সন্তানবিলাকৰ লগত যুদ্ধ কৰিবলৈ কিয় পাৰ হৈ গৈছিলা? আমি তোমাৰে সৈতে তোমাৰ ঘৰ জুই দি পুৰিম। [2] তাতে যিপ্তহে সিহঁতক কলে, অম্মোনৰ সন্তানবিলাকে সৈতে মোৰ আৰু মোৰ মানুহবিলাকৰ বড় যুদ্ধ হলত, মই তোমালোকক মাতিছিলোঁ, কিন্তু তোমালোকে মোক সিহঁতৰ হাতৰ পৰা উদ্ধাৰ কৰা নাই। [3] পাছে তোমালোকে মোক উদ্ধাৰ নকৰা দেখি, মই আপোন প্ৰাণ আঁচলৰ আগত বান্ধি লৈ অম্মোনৰ সন্তানবিলাকৰ বিৰুদ্ধে পাৰ হৈ গলোঁ; তাতে যিহোৱাই মোৰ হাতত সিহঁতক সমৰ্পণ কৰিলে; এতেকে তোমালোকে মোৰে সৈতে যুদ্ধ কৰিবলৈ আজি কিয় মোৰ ওচৰলৈ আহিলা? [4] পাছে যিপ্তহে গিলিয়দৰ সকলো লোকক গোটাই ইফ্ৰয়িমে সৈতে যুদ্ধ কৰিলে; তাতে গিলিয়দৰ লোকে ইফ্ৰয়িমৰ লোকবিলাকক আঘাত কৰিলে; কিয়নো সিহঁতে কৈছিল, হেৰ গিলিয়দীয়াহঁত, তহঁত ইফ্ৰয়িমৰ আৰু মনচিৰ মাজৰ পৰা পলাই তাগি অহা

ইফ্ৰয়িমীয়া মানুহ। ⁵পাছে গিলিয়দীয়াবিলাকে ইফ্ৰয়িমৰ মানুহৰ আগেয়ে গৈ যৰ্দ্দনৰ পাৰঘাট বোৰ হাত কৰি ললে ; তাতে ইফ্ৰয়িমৰ পলাই যোৱা কোনো মানুহে যদি কয়, মোক পাৰ হবলৈ দিয়া, তেতিয়া গিলিয়দৰ মানুহে তাক সোধে, তুমি জানো ইফ্ৰয়িমীয়া মানুহ নোহোৱা? ⁶আৰু সি যদি কয়, নহওঁ, তেতিয়া সিবিলাকে কয়, এবাৰ "শ্বিব্বোলেৎ" বোলাচোন ; তাতে, সি শুদ্ধৰূপে উচ্চাৰণ কৰিব নোৱাৰি, "চিব্বোলেৎ" বুলি কলেই, সিবিলাকে তাক ধৰি যৰ্দ্দনৰ পাৰঘাটত বধ কৰে। সেই সময়ত ইফ্ৰয়িমৰ বিয়াল্লিশ হাজাৰ লোক মৰা পৰিল।

⁷যিপ্তহে ছবছৰলৈকে ইস্ৰায়েলৰ বিচাৰ কৰিলে। পাছে গিলিয়দীয়া যিপ্তহৰ মৃত্যু হলত, গিলিয়দৰ কোনো এখন নগৰত তেওঁক মৈদাম দিয়া হল।

⁸তেওঁৰ পাছে বৈৎ-লেহমীয়া ইব্‌চন ইস্ৰায়েলৰ বিচাৰকৰ্ত্তা হল। ⁹তেওঁৰ ত্ৰিশজন পুতেক আছিল ; আৰু তেওঁ ত্ৰিশ জনী জীয়েকক উলিয়াই দি, আপোন পুতেকহঁতৰ নিমিত্তে ত্ৰিশ জনী ছোৱালী বাহিৰৰ পৰা আনিলে। তেওঁ সাত বছৰলৈকে ইস্ৰায়েলৰ বিচাৰ কৰিলে। ¹⁰পাছে ইব্‌চনৰ মৃত্যু হলত, তেওঁক বৈৎ-লেহমত মৈদাম দিয়া হল।

¹¹তেওঁৰ পাছত জবূলূনীয়া এলোন ইস্ৰায়েলৰ বিচাৰকৰ্ত্তা হল ; তেওঁ দহ বছৰলৈকে ইস্ৰায়েলৰ বিচাৰ কৰিলে। ¹²জবূলূনীয়া এলোনৰ মৃত্যু হলত, জবূলূন দেশত থকা অয়ালোনত তেওঁক মৈদাম দিয়া হল।

¹³তেওঁৰ পাছত পিৰিয়াথোনীয়া হিল্লেলৰ পুত্ৰ অব্দোন ইস্ৰায়েলৰ বিচাৰকৰ্ত্তা হল। ¹⁴তেওঁৰ চল্লিশ জন পুতেক, আৰু ত্ৰিশ জন নাতিয়েক আছিল ; সিবিলাকে সত্তৰটা গাধত উঠি ফুৰে ; তেওঁ আঠ বছৰলৈকে ইস্ৰায়েলৰ বিচাৰ কৰিলে। ¹⁵পাছে পিৰিয়াথোনীয়া হিল্লেলৰ পুত্ৰ অব্দোনৰ মৃত্যু হলত, অমালেকীয়াবিলাকৰ পৰ্ব্বতীয়া অঞ্চলত ইফ্ৰয়িম দেশত পিৰিয়াথোনত তেওঁক মৈদাম দিয়া হল।

চিম্‌চোনৰ জন্ম।

**১৩** পাছে ইস্ৰায়েলৰ সন্তানবিলাকে যিহোৱাৰ সাক্ষাতে পুনৰায় কু-আচৰণ কৰিলে ; তাতে যিহোৱাই চল্লিশ বছৰলৈকে সিবিলাকক পলেষ্টীয়াবিলাকৰ হাতত সোধাই দিলে।

²সেই কালত দানীয়া গোষ্ঠীৰ মাজত চৰা-নিবাসী মানোহ নামেৰে এজন মানুহ আছিল ; তেওঁৰ তিৰুতা বাঁজী হোৱাত তাই সন্তান প্ৰসৱ নকৰিলে। ³পাছে যিহোৱাৰ দূতে সেই তিৰুতাক দৰ্শন দি কলে, দেখা, তুমি বাঁজী আৰু সন্তান প্ৰসৱ কৰা নাই ; তথাপি গৰ্ত্তধাৰণ কৰি এটী পুত্ৰ প্ৰসৱ কৰিবা। ⁴এই হেতুকে তুমি সাৱধান হোৱা ; দ্ৰাক্ষাৰস কি সুৰা পান নকৰিবা, আৰু কোনো অশুচি বস্তুকো ভোজন নকৰিবা। ⁵কাৰণ দেখা, তুমি গৰ্ত্তধাৰণ কৰি এটী পুত্ৰ প্ৰসৱ কৰিবা ; তাৰ মূৰত ক্ষুৰ লগোৱা নহব ; কিয়নো সেই লৰা গৰ্ত্তৰে পৰা ঈশ্বৰৰ উদ্দেশে নাচৰীয়া হব ; আৰু পলেষ্টীয়াহঁতৰ হাতৰ পৰা ইস্ৰায়েলক উদ্ধাৰ কৰিবলৈ সি আৰম্ভ কৰিব। ⁶তাতে সেই তিৰুতাই গৈ আপোন স্বামীক কলে, ঈশ্বৰৰ এজন লোক মোৰ ওচৰলৈ আহিছিল ; তেওঁৰ ৰূপ ঈশ্বৰৰ দূতৰ ৰূপৰ নিচিনা, অতি ভয়ঙ্কৰ ; তেওঁ ক'ৰ পৰা আহিল, তাক মই সুধিবলৈ নহল, আৰু তেওঁ আপোন নাম মোক নকলে ; ⁷কিন্তু তেওঁ মোক কলে, দেখা, তুমি গৰ্ত্তধাৰণ কৰি এটী পুত্ৰ প্ৰসৱ কৰিবা ; এই হেতুকে তুমি দ্ৰাক্ষাৰস বা সুৰা পান নকৰিবা, আৰু কোনো অশুচি বস্তুও ভোজন নকৰিবা ; কিয়নো সেই লৰা গৰ্ত্তৰে পৰা মৰণৰ দিনলৈকে ঈশ্বৰৰ উদ্দেশে নাচৰীয়া হব। ⁸তেতিয়া মানোহে যিহোৱাৰ আগত বিনয় কৰি কলে, হে প্ৰভো, মিনতি কৰোঁ, আপুনি পঠোৱা ঈশ্বৰৰ সেই লোকক আমাৰ ওচৰলৈ পুনৰায় আহিব দিওক, আৰু যি লৰা জন্মিব, তালৈ আমি কি কৰিব লাগিব, তেওঁ তাক আমাক বুজাই দিওকহি। ⁹তেতিয়া ঈশ্বৰে মানোহৰ কথাত কাণ দিয়াত, ঈশ্বৰৰ দূত আকৌ সেই তিৰুতাৰ ওচৰলৈ আহিল ; সেই সময়ত তাই পথাৰত বহি আছিল, কিন্তু তাইৰ স্বামী মানোহ তাইৰ লগত নাছিল। ¹⁰পাছে সেই তিৰুতাই বেগাই লৰি গৈ, আপোন স্বামীক সম্বাদ দি কলে, দেখা, সেই দিনাখোন যি জনা লোক মোৰ ওচৰলৈ আহিছিল, তেওঁ এতিয়াও মোক দৰ্শন দিছে।

[11] তেতিয়া মানোহে উঠি আপোন তিৰুতাৰ পাছে পাছে সেই পুৰুষ জনাৰ ওচৰলৈ গৈ তেওঁক সুধিলে, এই তিৰুতাই সৈতে যি জনাই কথা হৈছিল, সেই জনা আপুনিয়েই নে? তেওঁ কলে, ময়েই হওঁ। [12] পাছে মানোহে কলে, আপোনাৰ বাক্য যেতিয়া সাফল হব, তেতিয়া সেই লৰালৈ কি বিধি আৰু কি কৰ্ত্তব্য? [13] তাতে যিহোৱাৰ দূতে মানোহক কলে, ময় এই তিৰুতাক যি সকলো কথা কলোঁ, সেই সকলো বিষয়ত তাই সাৱধান থাকোক। [14] তাই দ্ৰাক্ষালতাৰ পৰা উৎপন্ন হোৱা কোনো বস্তু ভোজন নকৰিব, দ্ৰাক্ষাৰস কি সুৰা পান নকৰিব, আৰু কোনো অশুচি বস্তু নেখাব; ময় তাইক যি যি আজ্ঞা কৰিলোঁ, তাই সেই সকলোকে পালন কৰোক। [15] পাছে মানোহে যিহোৱাৰ দূতক কলে, আপুনি আমাৰ মিনতি গ্ৰহণ কৰি অলপ পলম কৰোক, আমি আপোনাৰ আগলৈ এটা ছাগলী পোৱালি যুগুত কৰি আনি দিওঁ। [16] তেতিয়া যিহোৱাৰ দূতে মানোহক কলে, তুমি মোক ৰাখিলেও ময় তোমাৰ খোৱা বস্তু ভোজন নকৰিম; কিন্তু তুমি যদি হোম-বলি যুগুত কৰা, তেন্তে যিহোৱাৰ উদ্দেশেই তাক উৎসৰ্গ কৰিব লাগিব। কিয়নো তেওঁ যে যিহোৱাৰ দূত, মানোহে তাক নেজানিছিল। [17] তেতিয়া মানোহে যিহোৱাৰ দূতক সুধিলে, আপোনাৰ বাক্য সিদ্ধ হলে আমি আপোনাক মৰ্য্যাদা কৰিবলৈ, আপোনাৰ নাম কি কওকছোন। [18] তাতে যিহোৱাৰ দূতে কলে, মোৰ নাম কেলেই সুধিছা? কিয়নো সেই নাম অতি আশ্চৰ্য্য। [19] পাছে মানোহে ভক্ষ্য নৈবেদ্যৰে সৈতে সেই ছাগলী পোৱালি লৈ, যিহোৱাৰ উদ্দেশে শিলুটোৰ ওপৰত উৎসৰ্গ কৰিলে; তাতে মানোহ আৰু তেওঁৰ তিৰুতাৰ চকুৰ আগতে সেই দূতে আশ্চৰিত ব্যাপাৰ সাধন কৰিলে। [20] কিয়নো, যেতিয়া অগ্নি-শিখা যজ্ঞবেদিৰ পৰা আকাশৰ ফালে ওপৰলৈ উঠিল, তেতিয়া মানোহ আৰু তেওঁৰ তিৰুতাই দেখাতে যিহোৱাৰ দূত সেই যজ্ঞবেদিৰ শিখাত ওপৰলৈ উঠি গল; তাতে সিবিলাকে মাটিত মুখ দি পড়িল। [21] তাৰ পাছত যিহোৱাৰ দূতে মানোহক আৰু তেওঁৰ তিৰুতাক পুনৰায় দৰ্শন নিদিলে। তেওঁ যে যিহোৱাৰ দূত, তাক মানোহে তেতিয়াহে জানিলে। [22] পাছে মানোহে আপোন তিৰুতাক কলে, আমি নিশ্চয়ে মৰিম; কিয়নো আমি ঈশ্বৰক দেখা পালোঁ। [23] কিন্তু তেওঁৰ তিৰুতাই তেওঁক কলে, আমাক বধ কৰিবলৈ যদি ঈশ্বৰৰ ইচ্ছা হলহেঁতেন, তেন্তে তেওঁ আমাৰ পৰা হোম আৰু নৈবেদ্য গ্ৰহণ নকৰিলেহেঁতেন, আৰু এই সকলো আমাক নেদেখুৱালেহেঁতেন, আৰু এই সময়ত আমাক এনে কথাও নুশুনালেহেঁতেন। [24] পাছে সেই তিৰুতাই এটা পুত্ৰ প্ৰসৱ কৰি তাৰ নাম চিম্চোন ৰাখিলে; তাৰ পাছে সেই লৰা বাঢ়ি ডাঙৰ হল, আৰু যিহোৱাই তাক আশীৰ্ব্বাদ কৰিলে। [25] প্ৰথমে যিহোৱাৰ আত্মাই চৰা আৰু ইষ্টায়োলৰ মাজ ঠাইত থকা মহনে-দানত চিম্চোনক চলাবলৈ ধৰিলে।

চিম্চোনৰ বিবাহ।

১৪ পাছে চিম্চোনে তিম্নালৈ নামি গৈ, সেই ঠাইত পলেষ্টীয়াবিলাকৰ জীয়াৰীবোৰৰ মাজত এজনী ছোৱালী দেখা পালে। [2] আৰু উলটি আহি আপোনাৰ মাক-বাপেকক কলে, ময় তিম্নাত পলেষ্টীয়াবিলাকৰ জীয়াৰীবোৰৰ মাজত এজনী ছোৱালী দেখিলোঁ; তোমালোকে তাইক আনি মোৰে সৈতে বিয়া দিয়া। [3] তেতিয়া তেওঁৰ বাপেক-মাকে তেওঁক কলে, তোমাৰ ভাইবিলাকৰ মাজত আৰু মোৰ সকলো স্বজাতীয়বিলাকৰ মাজত জানো ছোৱালী নাই, যে, তুমি সেই অচুন্নৎ পলেষ্টীয়াবিলাকৰ ছোৱালী আনিবলৈ যাব খুজিছা? চিম্চোনে আপোন বাপেকক কলে, তুমি মোৰ নিমিত্তে তাইকেই অনোওৱা, কিয়নো মোৰ দৃষ্টিত তায়েই মনোহৰী। [4] কিন্তু তেওঁৰ মাক-বাপেকে নেজানিলে, যে, সেয়ে যিহোৱাৰ পৰা হৈছে; কাৰণ তেওঁ পলেষ্টীয়াবিলাকৰ বিৰুদ্ধে ছিদ্ৰ বিচাৰিছিল। সেই কালত পলেষ্টীয়াবিলাকে ইস্ৰায়েলক শাসন কৰিছিল।

[5] পাছে চিম্চোন আৰু তেওঁৰ বাপেক-মাক তিম্নালৈ নামি গৈ তিম্নাত থকা দ্ৰাক্ষাবাৰী পালত, এটা ডেকা সিংহই চিম্চোনৰ বিৰুদ্ধে গৰ্জ্জন কৰি খেদি আহিল। [6] তেতিয়া যিহো-

ৱাৰ আত্মা তেওঁৰ ওপৰত স্থিতি হলত, তেওঁৰ হাতত একো নথকাতো, ছাগলী পোৱালি ছিৰা নিচিনাকৈ তেওঁ সেই সিংহক ছিৰি পেলালে; কিন্তু তেওঁ কি কৰিলে, তাক আপোনাৰ মাক-বাপেকক নকলে। [৭] পাছে চিম্চোনে গৈ সেই ছোৱালীৰ লগত কথাবাৰ্ত্তা হলত, তাই তেওঁৰ দৃষ্টিত মনোহৰী হল। [৮] কিছু কালৰ পাছত, তেওঁ যেতিয়া সেই ছোৱালীক বিয়া কৰি আনিবলৈ পুনৰায় সেই ঠাইলৈ গৈছিল, তেতিয়া সেই সিংহৰ শব চাবলৈ বাট এৰি গৈ দেখিলে, সিংহৰ শবৰ ভিতৰত এজাক মৌমাখী আৰু মৌ আছে। [৯] তেতিয়া তেওঁ তাক আনি হাতত লৈ খাই খাই গল, আৰু বাপেক-মাকৰ ওচৰ পাই সিবিলাককো কিছু দিলত, সিবিলাকেও খালে; কিন্তু তেওঁ যে সেই মৌ সিংহৰ শবৰ পৰা আনিলে, তাক তেওঁ সিবিলাকক নকলে। [১০] পাছে তেওঁৰ বাপেক সেই ছোৱালীৰ ওচৰলৈ গলত, চিম্চোনে সেই ঠাইতে ভোজ যুগুত কৰিলে; কিয়নো ডেকা লোকবিলাকৰ তেনে নিয়ম আছিল। [১১] পাছে তেওঁক দেখি পলেষ্টীয়াবিলাকে তেওঁৰ ওচৰত থাকিবলৈ ত্ৰিশ জন সখীয়েক আনিলে। [১২] পাছে চিম্চোনে সিহঁতক কলে, ময় তোমালোকক এটা সাঁথৰ কওঁ, তোমালোকে উৎসৱৰ এই সাত দিনৰ ভিতৰতে যদি মোক তাৰ অৰ্থ ঠিক্ৰূপে বুজাই কব পাৰা, তেন্তে ময় তোমালোকক গাত লোৱা শণৰ ত্ৰিশখন বস্ত্ৰ আৰু ত্ৰিশ যোৰ কাপৰ দিম। [১৩] কিন্তু যদি মোক তাৰ অৰ্থ কব নোৱাৰা, তেন্তে তোমালোকে মোক গাত লোৱা শণৰ ত্ৰিশখন বস্ত্ৰ আৰু ত্ৰিশ যোৰ কাপৰ দিবা। তাতে সিহঁতে তেওঁক কলে, তোমাৰ সাঁথৰ কোৱা, আমি তাক শুনো। [১৪] তেতিয়া তেওঁ সিহঁতক কলে,

খাওঁতাৰ পৰা খোৱা দ্ৰব্য,
আৰু বলৱানৰ পৰা মধু ওলাল।

তাতে সিহঁতে তিন দিনৰ ভিতৰত সেই সাঁথৰৰ অৰ্থ কব নোৱাৰিলে। [১৫] পাছে সপ্তম দিন হলত, সিহঁতে চিম্চোনৰ ঘৈনীয়েকক কলে, তিৰুতে তোৰ গিৰিয়েৰে সাঁথৰৰ অৰ্থ আমাক কৰ, এই নিমিত্তে তয় তাক ফুচুলাবি, নহলে আমি তোক আৰু তোৰ পিতৃ-বংশক জুইত পুৰিম; তহঁতে আমাক দৰিদ্ৰ কৰিবৰ অৰ্থেহে নিমন্ত্ৰণ কৰিছিলি, এয়ে নহয় জানো? [১৬] পাছে চিম্চোনৰ ঘৈনিয়েকে গিৰিয়েকৰ গুৰিত কান্দি কলে, তুমি মোক কেৱল ঘিণ কৰিছা, একেৰিও মৰম নকৰা; মোৰ স্বজাতীয়বিলাকক এটা সাঁথৰ কলা, কিন্তু মোক তাৰ অৰ্থ বুজাই নকলা। তাতে তেওঁ তাইক কলে, চা, মোৰ বোপাই-আইকে তাক বুজাই কোৱা নাই, তেন্তে তোক বুজাই কম নে? [১৭] তথাপি তেওঁৰ ঘৈনিয়েকে উৎসৱৰ সাত দিনৰ শেষলৈকে তেওঁৰ গুৰিত কান্দি কান্দি থাকিল; পাছে, তাই তেওঁক বড়কৈ ধৰাত, তেওঁ সপ্তম দিনা তাইক বুজাই কলে; তাতে সেই স্বজাতীয়বিলাকক সাঁথৰৰ অৰ্থ কৈ দিলে। [১৮] পাছে সপ্তম দিনা সূৰ্য্য মাৰ যোৱাৰ আগৈয়ে সেই নগৰত থকা লোকবিলাকে তেওঁক কলে, মৌতকৈ মিঠা কি? আৰু সিংহতকৈ বলৱান কোন? তাতে তেওঁ সিহঁতক কলে,

তহঁতে মোৰ চেঁউৰী গৰুৰে হাল নোবোৱা হলে,
মোৰ সাঁথৰৰ অৰ্থ উলিয়াব নোৱাৰিলিহেঁতেন।

[১৯] পাছে, যিহোৱাৰ আত্মা তেওঁৰ ওপৰত স্থিতি হলত, তেওঁ অস্কিলোনলৈ নামি গৈ, তাৰ ত্ৰিশ জন মানুহক বধ কৰি, সিহঁতৰ কাপৰ সোলোকাই আনি, সেই কাপৰৰে এযোৰ এযোৰ সাঁথৰৰ অৰ্থ কোৱাবোৰক দিলে; আৰু খঙত জ্বলি উঠি আপোনাৰ বাপেকৰ ঘৰলৈ গুচি গল। [২০] পাছে চিম্চোনৰ যি সখীয়েক তেওঁৰ মিত্ৰ আছিল, তাকে তেওঁৰ তিৰুতাক দিয়া হল।

পলেষ্টীয়াবিলাকৰ ওপৰত চিম্চোনে প্ৰতিকাৰ সধা।

**১৫** কিছু কালৰ পাছে ঘেঁহু ধান দাবৰ সময়ত চিম্চোনে এটা ছাগলী পোৱালি লগত লৈ আপোনাৰ তিৰুতাৰে সাক্ষাৎ হবৰ নিমিত্তে গৈ কলে, ময় মোৰ তিৰুতাৰ গুৰিলৈ ভিতৰ-খোটালীলৈ যাওঁ; কিন্তু তাইৰ বাপেকে তেওঁক ভিতৰলৈ যাব্ নিদিলে। [২] আৰু তাইৰ বাপেকে কলে, স্বৰূপেই তুমি তাইক ঘিণ কৰিলা বুলি ভাবি, ময় তাইক তোমাৰ সখীয়েৰাক দিলোঁ; তাইৰ সৰু ভনীয়েক জানো তাইতকৈ সুন্দৰী নহয়? ময় নিবেদন কৰোঁ, তাইৰ সলনি তায়ে

তোমার তিক্ততা হওক। ³ তাতে চিম্‌চোনে সিহঁতক কলে, এইবার মই পলেষ্টীয়াইঁতলৈ কোনো বিষম ব্যৱহার করিলেও সিহঁতর গুরিত মই নির্দ্দোষী হম। ⁴ পাছে চিম্‌চোনে গৈ তিনি শ শিয়াল ধরি, নেজে নেজে জুঁটি তুডাল তুডাল নেজত এটা এটা আরিয়া বান্ধিলে। ⁵ পাছে সেই আরিয়াত জুই লগাই, পলেষ্টীয়াবিলাকর থিয় হৈ থকা পকা ধাননীর মাজত এরি দিলে; তাতে বন্ধা মুঠি, আরু নোদোৱা থিয় হৈ থকা ধান, আরু জিতবৃক্ষর বারীবোর পুরি পেলালে। ⁶ তেতিয়া পলেষ্টীয়াবিলাকে সুধিলে, এই কাম কোনে করিলে? মানুহে কলে, তিম্নাথীয়ার জোঁৱায়েক চিম্‌চোনে এই কাম করিলে, কিয়নো তার শহুরেকে তার ঘৈনীয়েকক লৈ তার সখীয়েকক দিলে; তাতে পলেষ্টীয়াবিলাকে আহি সেই তিক্ততাক আরু তাইর বাপেকক জুই দি পুরিলে। ⁷ পাছে চিম্‌চোনে সিহঁতক কলে, তহঁতে যদি এনে কাম করা লোক, তেন্তে মই তহঁতর ওপরত প্রতিকার নেসাধোঁমানে নেরোঁ; ⁸ ইয়াকে কৈ তেওঁ নির্দ্দয়ারূপে সিহঁতক প্রহার করি সিহঁতর অধিক লোকক বধ করিলে; পাছে তেওঁ এথম শিলর গুহালৈ গৈ তাতে থাকিল।

⁹ সেই সময়ত পলেষ্টীয়াবিলাকে উঠি গৈ যিহূদাত ছাউনি পাতি লেহীত ব্যাপিল। ¹⁰ তাতে যিহূদার মানুহবিলাকে সুধিলে, তোমালোকে আমার বিরুদ্ধে কেলেই উঠি আহিলা? সিহঁতে কলে, আমি চিম্‌চোনক বান্ধিবলৈ আহিলোঁ, সি আমালৈ যেনে করিলে, আমিও তাক তেনে করিবলৈ আহিলোঁ। ¹¹ তেতিয়া যিহূদার তিনি হাজার লোকে এথম শিলর গুহালৈ নামি গৈ চিম্‌চোনক কলে, পলেষ্টীয়াবিলাক যে আমার শাসনকর্ত্তা, তাক তুমি নেজানা নে? তেন্তে আমার বিরুদ্ধে এইটো কি কাম করিলা? তাতে তেওঁ সিবিলাকক কলে, সিহঁতে মোলৈ যেনে করিলে, ময়ো সিহঁতলৈ তেনে করিলোঁ। ¹² সিবিলাকে তেওঁক কলে, এতিয়া আমি পলেষ্টীয়াবিলাকর হাতত সোধাই দিবর অর্থে তোমাক বান্ধি নিবলৈ নামি আহিলোঁ। চিম্‌চোনে সিবিলাকক কলে, তোমালোকে মোক বধ নকরোঁ বুলি শপথ করা। ¹³ সিবিলাকে কলে, নহয়, কেৱল আমি তোমাক শকত্‌কৈ বান্ধি নি সিহঁতর হাতত সোধাই দিম; আমি নিশ্চয়ে তোমাক বধ নকরোঁ। পাছে সিবিলাকে তুগছ নতুন লেজুরে তেওঁক বান্ধি সেই শিলর পরা লৈ গল। ¹⁴ পাছে তেওঁ লেহী পালত, পলেষ্টীয়াবিলাকে তেওঁক পাই বড়কৈ জয়ধ্বনি করিলে। তেতিয়া যিহোৱার আত্মা তেওঁর ওপরত স্থিতি হলত, তেওঁর বাহুত বন্ধা লেজু তুগছ জুয়ে পোরা শণর নিচিনা হল, আরু তেওঁর হাতর পরা বেড়ী খহি পড়িল। ¹⁵ পাছে তেওঁ গাধর গালর এডাল কেঁচা হাড় পাই হাত মেলি তাকে লৈ, তারেই এক হাজার লোকক বধ করিলে। ¹⁶ তেতিয়া চিম্‌চোনে কলে,

> গাধর গালর হাড়ডালেরে দ'মর উপরি দ'ম
> করিলোঁ;
> গাধর গালর হাড়ডালেরে এক হাজার
> লোকক বধ করিলোঁ।

¹⁷ পাছে কথা কৈ এটাই, হাতর পরা সেই হাড়ডাল পেলাই দিলে; তাতে সেই ঠাইর নাম রামৎলেহী হল। ¹⁸ পাছে তেওঁর বড়কৈ পিয়াহ লগাত, তেওঁ যিহোৱার আগত প্রার্থনা করি কলে, তুমি আপোনার এই দাসর হাতেরে এই মহা-নিস্তার করিলা; এতিয়া মই পিয়াহত মরি সেই অচুন্নৎইঁতর হাতত পড়িম; ¹⁹ তাতে যিহোৱাই লেহীত থকা, কুণ্ডর নিচিনা দ ঠাইত শিল ফালি বাট উলিওৱাত, তার পরা পানী ওলাল। তেতিয়া তেওঁ জল পান করি প্রাণত তত পাই চেতন পালে; এই হেতুকে তার নাম অয়িন-হক্কোরি [ প্রার্থনা করা জলর ভুমুক ] রখা হল; সেয়ে এতিয়ালৈকে লেহীত আছে। ²⁰ পলেষ্টীয়াবিলাকর দিনত তেওঁ বিশ বছরলৈকে ইস্রায়েলর বিচার করিলে।

চিম্‌চোনর পতন। তেওঁ প্রতিকার সধা, আরু তেওঁর মৃত্যু।

১৬ পাছে চিম্‌চোন ঘচালৈ গৈ, তাত এজনী বেশ্যা তিক্ততাক দেখি তাইর ওচরলৈ গল। ² তাতে, চিম্‌চোন এই ঠাইলৈ আহিল, এনে কথা শুনি ঘচাতীয়াইঁতে তেওঁক বেরি ধরি, নগরর দুৱারত লুকাই ওরে-রাতি তেওঁলৈ খাপ দি থাকিল, আরু রাতিপুৱালৈকে থাওক, দিন

হলে আমি তাক বধ করিম, এই বুলি কৈ ওরে-রাতি মনে মনে থাকিল; ৩ কিন্তু চিম্‌চোনে মাজ নিশালৈকে শুই থাকি মাজ নিশাতে উঠি, নগরর দুবার দুখলপা, আরু খুঁটা দুটা হাতেরে ধরি উঘালি ডাঙে সৈতে কান্ধত তুলি, হিব্রোণর আগত থকা পর্ব্বতর টিঙলৈ লৈ গল।

৪ তার পাছত তেওঁ চোরেক উপত্যকাত থকা দলীলা নামেরে এজনী তিরুতার প্রেমত মোহ গল। ৫ তাতে পলেষ্টীয়াবিলাকর অধিপতিবিলাকে তাইর ওরিলৈ আহি তাইক কলে, তয় তাক ফুচুলাই, কিহত তার এনে মহাবল আছে, আরু আমি তাক দুর্গতি করিবলৈ বান্ধিবর নিমিত্তে কিহেরে তাক বলে পারিম, তার বুজ ল; ইয়াকে করিলে আমি প্রতিজনে তোক এঘার শ চেকল রূপ দিম। ৬ পাছে দলীলাই চিম্‌চোনক কলে, বিনয় করোঁ, কিহত তোমার এনে মহাবল আছে, আরু দুর্গতি করিবলৈ তোমাক কিহেরে বান্ধিব লাগে, তাক মোক কোরা। ৭ তাতে চিম্‌চোনে তাইক কলে, মুগুকুরা এনে সাত্‌গছ ছালর কেঁচা বরটিরে যদি মোক বান্ধে, তেতিয়া ময় দুর্ব্বল হৈ আন মানুহর নিচিনা হম। ৮ পাছে পলেষ্টীয়াবিলাকর অধিপতিবিলাকে মুগুকুরা সাত্‌গছ কেঁচা বরটি আনি সেই তিরুতাক দিলে; তাতে তাই তারে চিম্‌চোনক বান্ধিলে। ৯ সেই সময়ত তাইর ঘরর ভিতর-খোঁটালীত গুপুতে মানুহ বহি আছিল; পাছে দলীলাই চিম্‌চোনক কলে, হেরা চিম্‌চোন, পলেষ্টীয়াহঁতে তোমাক ধরেহে; তাতে জুইর তাপত শণ সূতা যেনেকৈ ছিগে, তেনেকৈ তেওঁ সেই বরটিবোর ছিণ্ডি পেলালে; এই রূপে তেওঁর বলর একো বুজ পোরা নগল। ১০ পাছে দলীলাই চিম্‌চোনক কলে, দেখা, তুমি মোক ভাঁরিলা, আরু মিছা কথা কলা; এতিয়া বিনয় করোঁ, কিহেরে তোমাক বান্ধিব পরা যায়, তাক মোক কোরা। ১১ তাতে তেওঁ তাইক কলে, যি লেজুরে কোনো কাম করা নাই, এনে কেইবাডালো নতুন লেজুরে যদি সিহঁতে মোক বান্ধে, তেতিয়া ময় দুর্ব্বল হৈ আন মানুহর নিচিনা হম। ১২ তাতে দলীলাই নতুন লেজু লৈ তারে তেওঁক বান্ধিলে; তেতিয়া তাইর ঘরর ভিতর-খোঁটালীত গুপুতে মানুহ বহি আছিল; পাছে দলীলাই তেওঁক কলে, হেরা চিম্‌চোন, পলেষ্টীয়াহঁতে তোমাক ধরেহে; তেতিয়া তেওঁ আপোনার হাতর পরা সেইবোরক সূতার নিচিনাকৈ ছিণ্ডি পেলালে। ১৩ পাছে দলীলাই আকৌ চিম্‌চোনক কলে, তুমি এতিয়াও মোক ভাঁরি আছা, আরু মিছা কথাও কৈ আছা; কিহেরে তোমাক বান্ধিব পরা যায়, তাক মোক কোরা। চিম্‌চোনে তাইক কলে, তয় যদি মোর মূরর চুলি সাত্‌কোঁচা তাঁতর লগত বর, তেতিয়া হলে সেয়ে হব পারে। ১৪ তাতে তাই তাঁতর খুঁটির লগত তাক বন্ধ করি, তেওঁক কলে, হেরা চিম্‌চোন, পলেষ্টীয়াহঁতে তোমাক ধরেহে; তাতে তেওঁ টোপনির পরা সার পাই তাঁতে সৈতে তাঁতর খুঁটি উঘালি পেলালে। ১৫ পাছে দলীলাই তেওঁক কলে, তুমি মোত বিশ্বাস করা নাই; তেন্তে, ময় তোমাক প্রেম করোঁ. এনে কথা কেনেকৈ কব পারা? চোরা, এই তিনিবার তুমি মোক ভাঁরিলা; কিহত তোমার এনে মহাবল আছে, তাক মোক নকলা। ১৬ এই রূপে তাই নিত্যে নিত্যে কৈ তেওঁক ইমান্‌কৈ ধরিলে, যে, আপোন প্রাণত বেজার লাগি তেওঁ মরিবলৈ ইচ্ছা করিলে। ১৭ তাতে তেওঁ আপোনার মনর সকলো কথা ভাঙ্গি কলে, যে, মোর মূরত কেতিয়াও ক্ষুর উঠা নাই, কিয়নো মাতৃর গর্ত্তরে পরা ময় ঈশ্বরর উদ্দেশে নাচরীয়া মানুহ; মূর ক্ষুরালেই মোর বলে মোক এরি যাব; তাতে ময় দুর্ব্বল হৈ আন মানুহর নিচিনা হম। ১৮ তেতিয়া, তেওঁ মনর সকলো কথা ভাঙ্গি কলে, বুলি দলীলাই বুজি, মানুহ পঠাই পলেষ্টীয়াবিলাকর অধিপতিবিলাকক মতাই কলে, এইবার আহঁা; কিয়নো সি মোক আপোন মনর সকলো কথা ভাঙ্গি কলে। তাতে পলেষ্টীয়াবিলাকর অধিপতিবিলাকে ধন হাতত লৈ, তাইর ওরিলৈ আহিল। ১৯ পাছে তাই আপোনার কোলাত তেওঁক শুরাই টোপনি অনাই, এটা মানুহ মাতি আনি তেওঁর মূরর চুলি সাত্‌কোঁচা ক্ষুরুরালে; আরু তেওঁক দুঃখ দিবলৈ ধরিলে। তাতে তেওঁর বলে তেওঁক এরি গল। ২০ পাছে তাই কলে, হেরা চিম্‌চোন, পলেষ্টীয়াহঁতে তোমাক ধরেহে; তাতে তেওঁ টোপনির পরা সার পাই মনতে ভাবিলে, আন আন সময়র নিচিনাকৈ বাহিরলৈ গৈ গা জোকারিম; কিন্তু যিহোরাই যে তেওঁক

ত্যাগ কৰিলে, তাক তেওঁ নেজানিলে। [২১] পাছে পলেষ্টীয়াইঁতে তেওঁক ধৰি তেওঁৰ চকু দুটা কাঢ়ি, তেওঁক ঘচালৈ আনি পিত্তলৰ দুডাল শিকলিৰে বান্ধিলে, আৰু তেওঁ ফাটেকত জাঁত পিহিলে। [২২] তথাপি ক্ষুৰুৱাৰ পাছে তেওঁৰ মূৰৰ চুলি আকৌ বাঢ়িবলৈ ধৰিলে।

[২৩] তাৰ পাছে পলেষ্টীয়াবিলাকৰ অধিপতি-বিলাকে আপোনাবিলাকৰ দেৱতা দাগোনৰ উদ্দেশে মহাযজ্ঞ, আৰু ৰঙ্গ ধেমালি কৰিবলৈ গোট খালে; কিয়নো সিহঁতে কলে, আমাৰ দেৱতাই আমাৰ শত্ৰু চিম্চোনক আমাৰ হাতত দিলে। [২৪] আৰু তেওঁক দেখি লোকবিলাকে আপোনাবিলাকৰ দেৱতাক প্ৰশংসা কৰিলে; কিয়নো সিহঁতে কলে, আমাৰ অনেক লোকক বধ কৰা আমাৰ শত্ৰুক, আমাৰ দেশ নষ্ট কৰা-টোক আমাৰ দেৱতাই আমাৰ হাতত সমৰ্পণ কৰিলে। [২৫] পাছে সিহঁতৰ মন হৰ্ষতে মত্ত হলত, সিহঁতে কলে, চিম্চোনক মাত, সি আমাৰ আগত ৰঙ্গ দেখুৱাওক। তাতে লোকবিলাকে বন্দী-শালৰ পৰা চিম্চোনক মাতি নিলত, তেওঁ সিহঁ-তৰ আগত ৰঙ্গ দেখুৱালে; পাছে সিহঁতে স্তম্ভ দুটাৰ মাজত তেওঁক থিয় কৰালে। [২৬] তেতিয়া চিম্চোনে আপোনাৰ হাতত ধৰি থকা লৰাটোক কলে, মোক এৰি দি, যি দুটা স্তম্ভৰ ওপৰত ঘৰৰ ভৰ আছে, তাক মোক চুবলৈ দে, ময় তাত আঁউজি থিয় হওঁ। [২৭] সেই সময়ত মটাই তিৰু-তাই সেই ঘৰ ভৰি আছিল; আৰু পলেষ্টীয়া-বিলাকৰ আটাই অধিপতি তাত আছিল, আৰু ঘৰৰ চালৰ ওপৰত মটা আৰু তিৰুতা প্ৰায় তিনি হাজাৰ লোকে চিম্চোনে দেখুউৱা ৰঙ্গ চাই আছিল। [২৮] তেতিয়া চিম্চোনে যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কলে, হে প্ৰভু যিহোৱা, ময় যেন মোৰ চকু দুটাৰ নিমিত্তে পলেষ্টীয়াবিলাকৰ ওপৰত একেবাৰে প্ৰতিকাৰ সাধিব পাৰোঁ, এই নিমিত্তে অনুগ্ৰহ কৰি মোক সোঁৱৰণ কৰা, হে ঈশ্বৰ, এইবাৰ মাথোন মোক বলবান কৰা। [২৯] তাতে, মাজত থকা যি স্তম্ভ দুটাৰ ওপৰত ঘৰৰ ভৰ আছিল, চিম্চোনে তাৰ এটাক সোঁ হাতেৰে, আনটোক বাঁও হাতেৰে ধৰি চাপৰি, পলেষ্টীয়াইঁতে সৈতে মোৰ প্ৰাণ যাওক, [৩০] এই বুলি কৈ, আপোনাৰ সকলো বলেৰে ভৰ দিলে; তাতে সেই ঘৰ, তাৰ ভিতৰত থকা অধিপতি আদি সকলো লোকৰ ওপৰত পৰিল; এই ৰূপে তেওঁ জীৱনৰ কালত বধ কৰা লোকতকৈ, মৰণৰ কালত বধ কৰা লোক অধিক হল। [৩১] পাছে তেওঁৰ ভাইবিলাক আদি কৰি সকলো পিতৃ-বংশই নামি আহি, তেওঁক লৈ গৈ চৰা আৰু ইষ্টায়োলৰ মাজ ঠাইত তেওঁৰ পিতৃ মানোহৰ মৈদামত তেওঁকো মৈদাম দিলে। তেওঁ বিশ বছৰ ইস্ৰায়েলৰ বিচাৰ কৰিছিল।

দানীয়াবিলাকৰ প্ৰতিমাপূজা।

১৭ ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত মীখা নামেৰে এজন মানুহ আছিল। [২] সি আপোনাৰ মাকক কলে, তোমাৰ পৰা নিয়া যি এঘাৰ শ চেকল ৰূপৰ বাবে তুমি শাও দিছিলা, আৰু তাক ময় শুনাকৈ কৈছিলা, দেখা, সেই ৰূপ মোৰ হাতত আছে; ময়েই তাক নিলোঁ। তাতে তাৰ মাকে তাক কলে, যিহোৱাৰ পৰা মোৰ পো আশীৰ্ব্বাদপ্ৰাপ্ত হওক। [৩] পাছে সি সেই এঘাৰ শ চেকল ৰূপ আপোন মাকক ওলোটাই দিলত, মাকে কলে, ময় এই ৰূপ যিহোৱাৰ উদ্দেশে পবিত্ৰ কৰিছোঁ; এটা কটা-মূৰ্ত্তি, আৰু এটা সাঁচত ঢলা প্ৰতিমা সাজিবৰ অৰ্থে তাক মোৰ হাতৰ পৰা মোৰ পোৱে পাওক; এতেকে এতিয়া তাক তোমাক ওভোটাই দিছোঁ। [৪] সি মাকক সেই ৰূপ ওলোটাই দিলত, তাৰ মাকে তাৰে দুশ চেকল ৰূপ লৈ সোণাৰীক দিলে; তাতে, সোণাৰীয়ে এটা কটা-মূৰ্ত্তি, আৰু এটা সাঁচত ঢলা প্ৰতিমা বনালত, সেই মূৰ্ত্তি মীখাৰ ঘৰত থাকিল। [৫] মীখা বুলিবৰ সেই মানুহটোৰ এটা দেৱালয় আছিল; সি এখন এফোদ আৰু কেইবাটাও গৃহদেৱতা বনালে, আৰু আপোন পুতেকইঁতৰ এজনক নিযুক্ত কৰিলত, সি তাৰ পুৰোহিত হল। [৬] সেই সময়ত ইস্ৰায়েলৰ মাজত ৰজা নাছিল; যেয়ে যিহকে উচিত দেখিছিল, সি তাকেই কৰিছিল।

[৭] সেই কালত যিহুদাৰ গোষ্ঠীৰ যিহুদাৰ বৈৎ-লেহমৰ পৰা এজন লেবীয়া ডেকা মানুহ গৈ সেই ঠাইত প্ৰবাস কৰিছিল। [৮] সেই মানুহে যত্তে পাই ততে থাকিবৰ নিমিত্তে যিহুদাৰ বৈৎ-লেহম নগৰৰ পৰা ওলাই, গৈ গৈ ইফ্ৰয়িম

পৰ্ব্বতীয়া অঞ্চলত থকা সেই মীখার ঘর পালেগৈ। [৯] তাতে মীখাই তাক সুধিলে, তুমি ক'র পরা আহিছা? তাতে সি তাক কলে, ময় যিহুদার বৈৎ-লেহমর এজন লেবীয়া মানুহ; যতে পাই তাতে থাকিবর নিমিত্তে আহিছোঁ। [১০] তেতিয়া মীখাই তাক কলে, তুমি মোর লগত থাকি মোর পিতৃ আরু পুরোহিত হোবা; ময় বছরেকত তোমাক দহ চেকল রূপ দিম, আরু এযোর কাপর ও তোমার খোবা বস্তু দিম। তাতে সেই লেবীয়াই মানুহটোর ঘরলৈ গৈ, তার লগত থাকিবলৈ সন্মত হল; [১১] তেতিয়ারে পরা সেই ডেকা তার এজন পুতেকর নিচিনা হল। [১২] পাছে মীখাই সেই লেবীয়াক নিযুক্ত করি ললে, আরু সেই ডেকা মীখার পুরোহিত হৈ তার ঘরত থাকিল। [১৩] তাতে মীখাই কলে, যিহোবাই মোর মঙ্গল করিব, ইয়াক ময় এতিয়া জানিলোঁ; কিয়নো সেই লেবীয়া মোর পুরোহিত হল।

**১৮** সেই সময়ত ইস্রায়েলর মাজত রজা নাছিল, আরু সেই কালত দান ফৈদে নিজে বাস করিবর অর্থে আধিপত্য পাবলৈ চেষ্টা করি আছিল; কিয়নো সেই দিনলৈকে ইস্রায়েলর ফৈদবিলাকর মাজত সেই ফৈদে আপোন আধিপত্য পোবা নাই। [২] তেতিয়া দানর সন্তানবিলাকে আপোনাবিলাকর গোষ্ঠীর সকলো মানুহর মাজর পরা পাঁচ জন বীরক দেশ চাই বুজ-বিচার লবলৈ, চরা আরু ইষ্টায়োলর পরা পঠাই দিলে; আরু সিবিলাকক কলে, তোমালোকে গৈ দেশর বুজ-বিচার লোবা। তাতে সিবিলাকে গৈ ইফ্রয়িম পৰ্ব্বতীয়া অঞ্চলর সেই মীখার ঘরর ওচর পাই তাতে রাত্তি থাকিল। [৩] সিবিলাকে মীখার ঘরর ওচরত থাকোঁতে, সেই লেবীয়া ডেকার উচ্চারণত তাক চিনি, ওচরলৈ গৈ তাক সুধিলে, এই ঠাইলৈ তোমাক কোনে আনিলে? আরু ইয়াত তুমি কি করিছা? আরু ইয়াত তোমার কি কাম? [৪] তাতে সি সিবিলাকক কলে, মীখাই মোলৈ এই এই দরে ব্যবহার করিলে; তেওঁ মোক বেচ দিবলৈ স্বীকার করাত, ময় তেওঁর পুরোহিত হলোঁ। [৫] তেতিয়া সিবিলাকে কলে, আমি বিনয় করোঁ, আমি যাব লগীয়া পথত আমার মঙ্গল হব নে নহব, তাক আমি জানিবর নিমিত্তে, তুমি ঈশ্বরর গুরিত সোধা। [৬] তাতে সেই পুরোহিতে সিবিলাকক কলে, কুশলে যোবা; তোমালোকে যাব লগীয়া পথ যিহোবার সাক্ষাতে আছে।

[৭] তার পাছে সেই পাঁচ জনে প্রস্থান করি লয়িচ পাই দেখিলে, তাত থকা লোকবিলাক চীদোনীয়া লোকবিলাকর নিচিনাকৈ শান্তভাবে, আরু নিশ্চিন্ত হৈ নির্ভয়ে বাস করিছে; কিয়নো সেই দেশত সিহঁতক কোনো কথাত হানি করিব পরা ক্ষমতা থকা কোনো মানুহ নাছিল, আরু চীদোনীয়াহঁতর পরা সিহঁত দূরত আছিল, আরু আন কারো লগত সিহঁতে সম্পর্ক নেরাখিছিল। [৮] পাছে সিবিলাকে চরা আরু ইষ্টায়োললৈ আপোন ভাইবিলাকর গুরিলৈ উলটি গলত, সিবিলাকর ভাইবিলাকে সুধিলে, তোমালোকর সম্বাদ কি? [৯] তাতে সিবিলাকে কলে, বলা, আমি সেই লোকবিলাকর বিরুদ্ধে উঠি যাওঁ; কিয়নো আমি সেই দেশ দেখিলোঁ; দেখা, সেয়ে অতি উত্তম; তোমালোকে কেলেই একো নকরাকৈ আছা? সেই দেশলৈ যাবলৈ আরু তাক অধিকার করিবর নিমিত্তে সোমাবলৈ এলাহ নকরিবা; [১০] গলেই তোমালোকে লোকবিলাকক নিশ্চিন্তে থকা পাবা; আরু সেই দেশ বহল; কিয়নো ঈশ্বরে তোমালোকর হাতত সেই দেশ সমর্পণ করিলে; আরু তাত পৃথিবীত থকা কোনো বস্তুর অভাব নাই।

[১১] তাতে যুদ্ধর অস্ত্রেরে, ভালকৈ সাজু হোবা, দানীয়া গোষ্ঠীর ছশ লোকে তার পরা, অর্থাৎ চরা আরু ইষ্টায়োলর পরা যাত্রা করিলে। [১২] আরু সিবিলাকে উঠি গৈ যিহুদার কিরিয়ৎ-যিয়ারীমত ছাউনি পাতিলে; এই কারণে আজিলৈকে সেই ঠাইক মহনে-দান বোলে; সেয়ে কিরিয়ৎ-যিয়ারীমর পাছত আছে। [১৩] পাছে সিবিলাকে তার পরা ইফ্রয়িম পৰ্ব্বতীয়া অঞ্চললৈ গৈ মীখার ঘর পালেগৈ। [১৪] তেতিয়া লয়িচ দেশর বুজ-বিচার লবলৈ যোবা সেই পাঁচ জনে আপোনার ভাইবিলাকক কলে, তোমালোকে জানা নে? এই ঘরবোরত এখন এফোদ, কেইটামান গৃহ-দেবতা, এটা কটা-মূর্ত্তি, আরু সাঁচত ঢলা এটা প্রতিমা আছে। এই হেতুকে এতিয়া তোমালোকে কি করা উচিত, তাক

বিবেচনা কৰা। ১৫ তাৰ পাছে সিবিলাকে বাট এৰি সেই ফাললৈ গৈ, মীখাৰ ঘৰ সেই লেবীয়া ডেকাৰ ঘৰ পাই তাক তাৰ মঙ্গল সুধিলে। ১৬ আৰু দানৰ সন্তানবিলাকৰ মাজৰ যুদ্ধৰ অস্ত্ৰেৰে সাজু হোৱা সেই ছশ পুৰুষ জপনা-মুখত থিয় হৈ ৰল। ১৭ তেতিয়া দেশৰ বুজ-বিচাৰ লবলৈ আগৈয়ে যোৱা সেই পাঁচ জনে উঠি গৈ, তাত সোমাই কটা-মূৰ্ত্তিটো, এফোদখন, গৃহ-দেৱতাকেইটা, আৰু সাঁচত ঢলা প্ৰতিমাটো ললে; সেই সময়ত যুদ্ধৰ অস্ত্ৰেৰে সাজু হোৱা সেই ছশ পুৰুষৰ লগত সেই পুৰোহিত জপনা-মুখত থিয় হৈ আছিল। ১৮ যেতিয়া সিবিলাকে মীখাৰ ঘৰত সোমাই কটা-মূৰ্ত্তিটো, এফোদখন, গৃহ-দেৱতাকেইটা, আৰু সাঁচত ঢলা প্ৰতিমাটো ললে, তেতিয়া সেই পুৰোহিতে সিবিলাকক কলে, তোমালোকে কি কৰিছা? ১৯ তাতে সিবিলাকে তাক কলে, মনে মনে থাকা, আৰু মুখত হাত দি আমাৰ লগত বলা, আৰু আমাৰ পিতৃ আৰু পুৰোহিত হোৱাগৈ। এজন মানুহৰ পৰিয়ালৰ পুৰোহিত হোৱা তোমাৰ ভাল নে, নাইবা ইস্ৰায়েলৰ এক ফৈদ আৰু এক গোষ্ঠীৰ পুৰোহিত হোৱা ভাল? ২০ তাতে পুৰোহিতৰ মন ফুলি পৰিল, আৰু সি এফোদখন, গৃহ-দেৱতাকেইটা, আৰু কটা-মূৰ্ত্তিটো লৈ সেই লোকবিলাকৰ মাজলৈ গল। ২১ তাৰ পাছে সিবিলাকে মুখ ঘূৰাই তাৰ পৰা প্ৰস্থান কৰিলে, আৰু লৰা-তিৰুতা, পশু, আৰু বহুমূল্য বস্তুবোৰ আপোনাৰ আগ কৰি ললে। ২২ সিবিলাকে মীখাৰ ঘৰৰ পৰা কিছু আঁতৰ হৈ গলত, মীখাৰ ঘৰৰ ওচৰত থকা ঘৰবোৰৰ লোকবিলাকে গোট খাই দানৰ সন্তানবিলাকৰ পাছত গৈ ওচৰ পাই দানৰ সন্তানবিলাকক মাতিবলৈ ধৰিলে। ২৩ তাতে সিবিলাকে মুখ ঘূৰাই মীখাক কলে, তোৰ কি হল, যে তই অনেক লোকক মাতি লগত লৈ আহিছ? ২৪ সি উত্তৰ দি কলে, মই সজা মূৰ্ত্তিবোৰ আৰু পুৰোহিতকো তোমালোকে লৈ গৈছা; এতিয়া মোৰ আৰু কি আছে? এনে স্থলত তোৰ কি হল বুলি মোক কিয় সুধিছা? ২৫ তাতে দানৰ সন্তানবিলাকে তাক কলে, আমাৰ মাজত তোৰ মাত শুনা নেযাওক; নহলে খঙাল মানুহবোৰে তহঁতক আক্ৰমণ কৰিলে সপৰিবাৰে তোৰ প্ৰাণ নষ্ট হব। ২৬ পাছে দানৰ সন্তানবিলাকে আপোনাৰ বাটেদি গুচি গল, আৰু মীখায়ো সিবিলাকক আপোনাতকৈ অধিক বলৱান দেখি, মুখ ঘূৰাই আপোনাৰ ঘৰলৈ উলটি গল। ২৭ এই ৰূপে সিবিলাকে মীখাই সজা বস্তুবোৰ, আৰু তাৰ নিজৰ পুৰোহিতকো লগত লৈ লয়িচলৈ, শান্তভাৱে আৰু নিশ্চিন্তে থকা সেই লোকবিলাকৰ গুৰিলৈ গৈ সিহঁতক তৰোৱালৰ ধাৰেৰে প্ৰহাৰ কৰিলে, আৰু নগৰখন জুই দি পুৰিলে। ২৮ সিহঁতক উদ্ধাৰ কৰোঁতা কোনো নাছিল: কিয়নো সেই নগৰ চীদোনৰ পৰা দূৰত আছিল, আৰু কাৰো লগত সিহঁতে সম্পৰ্ক নেৰাখিছিল; আৰু সেই নগৰ বৈৎ-ৰহোবলৈকে বিস্তৃত হোৱা সমথলত আছিল। পাছে সিবিলাকে সেই নগৰ আকৌ সাজি, তাৰ মাজত বাস কৰিলে। ২৯ আৰু আপোনাবিলাকৰ পূৰ্ব্বপুৰুষ ইস্ৰায়েলৰ পুত্ৰ যি দান, তেওঁৰ নামেৰে সেই নগৰৰ নামো দান ৰাখিলে; কিন্তু আগৈয়ে সেই নগৰৰ নাম লয়িচ আছিল। ৩০ পাছে দানৰ সন্তানবিলাকে আপোনাবিলাকৰ নিমিত্তে সেই কটা-মূৰ্ত্তি স্থাপন কৰিলে; তাতে দেশৰ লোকবিলাকক দেশান্তৰলৈ নিয়ালৈকে, মোচিৰ নাতিয়েক গেৰ্চোনৰ পুত্ৰ যোনাথন আৰু তাৰ সন্তানবিলাক দান ফৈদৰ পুৰোহিত হল। ৩১ যেতিয়ালৈকে চীলোত ঈশ্বৰৰ গৃহ আছিল, তেতিয়ালৈকে সিবিলাকে আপোনাবিলাকৰ নিমিত্তে, মীখাই নিৰ্ম্মাণ কৰা সেই কটা-মূৰ্ত্তি স্থাপন কৰি ৰাখিলে।

### গিবিয়া-নিবাসীবিলাকৰ ঘিণলগীয়া অপৰাধ আৰু তাৰ দণ্ড।

**১৯** যি সময়ত ইস্ৰায়েলৰ মাজত ৰজা নাছিল, সেই সময়ত ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলৰ শেষ ভাগত এজন লেবীয়া প্ৰবাস কৰিছিল; সি যিহূদাৰ বৈৎ-লেহমৰ পৰা এজনী উপপত্নী আনিছিল; ২ তাৰ সেই উপপত্নীয়ে তাৰ অহিতে বেশ্যাকৰ্ম্ম কৰিলে, আৰু তাক এৰি যিহূদাৰ বৈৎ-লেহমলৈ আপোনাৰ বাপেকৰ ঘৰলৈ গৈ তাতে চাৰি মাহমান থাকিল। ৩ পাছে তাইৰ গিৰিয়েকে উঠি, তাইক বুজাই-বৰাই

আকৌ আপোনার ঘরলৈ আনিবলৈ তাইর গুরিলৈ গল ; তার লগত এজন দাস আরু দুটা গাধ আছিল। তার উপপত্নীয়ে তাক বাপেকর ঘরর ভিতরলৈ নিলত, সেই যুবতীর বাপেকে সেই মানুহক দেখি, আনন্দেরে তার লগত সাক্ষাৎ করিলে। ৪ তার শহুরেকে, সেই যুবতীর বাপেকে আগ্রহেরে তাক রখাত, সেই লেবীয়া তার লগত তিন দিন থাকিল ; এই রূপে সিবিলাকে সেই ঠাইতে ভোজন-পান করি থাকিল। ৫ পাছে চতুর্থ দিনা সিবিলাক রাতিপুৱাই উঠিল, আরু সি যাবলৈ ওলাল ; তেতিয়া সেই যুবতীর বাপেকে জোঁৱায়েকক কলে, তুমি অলপ আহার করি মন সুস্থির করা, পাছত আপোনার বাটে গুচি যাবা। ৬ তাতে সিবিলাক দুয়ো একেলগে বহি ভোজন-পান করিলে ; আরু সেই যুবতীর বাপেকে তাক কলে, মিনতি করোঁ, অনুগ্রহ করি তুমি এই রাতিও থাকি মন প্রফুল্লিত করা। ৭ তথাপি সেই মানুহ যাবলৈ উঠিল ; কিন্তু তার শহুরেকে তাক থাকিবলৈ বড়কৈ ধরাত, সি সেই রাতিও থাকিল। ৮ পাছে পঞ্চম দিনা সি যাবর নিমিত্তে রাতিপুৱাতে উঠিলত, যুবতীর বাপেকে তাক কলে, নিবেদন করোঁ, তুমি আপোনার মন সুস্থির করা, আরু আবেলিলৈকে থাকা ; তাতে সিবিলাক দুয়ো থাকি ভোজন করিলে। ৯ পাছে সেই মানুহ, আরু তার উপপত্নী ও তার দাস যাবলৈ উঠিলত, তার শহুরেকে, সেই যুবতীর বাপেকে তাক কলে, দেখা, দিন প্রায় শেষ হল, বিনয় করোঁ, তুমি ইয়াতে আজি রাতিও থাকা ; দেখা, বেলি প্রায় বহিব লগা হল ; তুমি এই ঠাইতে রাতি থাকি প্রফুল্লিত হোৱা ; কাইলৈ তোমালোকে আপোনাবিলাকর ঘরলৈ যাবর নিমিত্তে সোনকালে উঠি আপোন বাটে গুচি যাবা। ১০ কিন্তু সেই মানুহে সেই রাতি থাকিবলৈ অসন্মত হৈ, উঠি যাত্রা করি যিবূচ অর্থাৎ যিরূচালেমর আগ পালেহি ; তার লগত দুটা সজোৱা গাধ আরু তার উপপত্নী আছিল। ১১ সিবিলাকে যিবূচর আগ পালত দিন প্রায় শেষ হল ; তাতে দাসে আপোনার গরাকীক কলে, নিবেদন করোঁ, আহোক, আমি যিবূচীয়াহঁতর এই নগরত সোমাই রাতি থাকোঁ। ১২ কিন্তু তার গরাকীয়ে তাক কলে, যি নগর ইস্রায়েলর সন্তানবিলাকর নহয়, এনে পরজাতিবিলাকর নগরত আমি নোসোমাওঁ ; আমি আগ বাঢ়ি গিবিয়ালৈ যাওঁ। ১৩ সি আপোনার দাসক আরু কলে, আহাঁ, আমি এই অঞ্চলর কোনো ঠাইলৈ চাপি গৈ গিবিয়া বা রামাত রাতি থাকিম। ১৪ এই রূপে সিবিলাক আগ বাঢ়ি বাটে বাটে গল, আরু বিন্যামীনর অধিকারত থকা গিবিয়ার ওচর পালত বেলি মার গল। ১৫ তেতিয়া সিবিলাকে বাট এরি রাতি থাকিবর নিমিত্তে গিবিয়ালৈ সোমাই গল : আরু সি সোমাই গৈ সেই নগরর চকত বহিল ; কিয়নো কোনেও আপোনার ঘরত রাতি থাকিবর নিমিত্তে সিবিলাকক ঠাই নিদিলে। ১৬ সেই সময়ত এজন বুড়া মানুহ পথারত বন করার পরা সন্ধ্যা পরত আহিছিল ; সেই মানুহ ইফ্রয়িম পর্ব্বতীয়া অঞ্চলর লোক আছিল, আরু গিবিয়াত প্রবাস করিছিল ; কিন্তু নগরর লোকবিলাক হলে বিন্যামীনীয়া লোক আছিল। ১৭ সেই বুড়া মানুহে মূর দাঙি চাই নগরর চকত সেই পথিকক দেখি সুধিলে, তুমি কলৈ যোৱা? আরু ক'র পরা আহিছা ? ১৮ সি তাক কলে, আমি যিহূদার বৈৎলেহমর পরা আহিছোঁ, ইফ্রয়িম পর্ব্বতীয়া অঞ্চলর সিফাললৈ যাওঁ ; ময় তারে মানুহ ; ময় যিহূদার বৈৎ-লেহমলৈ গৈছিলোঁ, ময় যিহোৱার গৃহলৈ যাওঁ, কিন্তু কোনেও মোক ঘরত ঠাই নিদিয়ে। ১৯ আমার গাধবোরর নিমিত্তে ধান-খের আরু দানা, আরু মোর নিমিত্তে ও আপোনার এই বেটীর নিমিত্তে, আরু আপোনার দাস দাসীর লগত অহা এই ডেকার নিমিত্তে পিঠা আরু দ্রাক্ষারস আছে, কোনো বস্তুর অভাব নাই। ২০ তাতে সেই বুড়াই কলে, তোমার কুশল হওক ; তোমার প্রয়োজনীয় সকলোরে ভার মোর ওপরত থাকোক ; তুমি কোনো রূপে এই চকত রাতি নেথাকিবা। ২১ পাছে সেই বুড়াই তাক আপোনার ঘরলৈ নি গাধবোরক ঘাঁহ দিলে, আরু সিবিলাকে ভরি ধুই ভোজন-পান করিলে। ২২ এই রূপে সিবিলাকে আপোন আপোন মনত রঙ্গ করা সময়ত, সেই নগরর কেতবোর পাষণ্ড লোক আহি তার ঘরর চারিওফালে বেরি ধরি দুৱারত ঢকিয়াই সেই ঘরর গরাকী বুড়াক কলে,

তোৰ ঘৰলৈ যি পুৰুষ আহিছে, তাক বাহিৰ কৰি আন, আমি তাৰ পৰিচয় লওঁ। [২৩] তাতে ঘৰৰ গৰাকীয়ে বাহিৰ হৈ সিহঁতৰ ওচৰলৈ গৈ কলে, হে মোৰ ভাইবিলাক, নহয় নহয়, মই বিনয় কৰিছোঁ, এনে দুষ্কৰ্ম্ম নকৰিবা; সেই পুৰুষ মোৰ ঘৰত অতিথি হৈ আছে, এই হেতুকে তেওঁলৈ এনে মূৰ্খতাৰ কৰ্ম্ম নকৰিবা। [২৪] দেখা, ইয়াত মোৰ এজনী কুমাৰী জী আৰু তেওঁৰ উপপত্নী আছে; মই সিহঁতক বাহিৰ কৰি আনো, তোমালোকে সিহঁতৰে মান ভ্ৰষ্ট কৰা, সিহঁতলৈ তোমালোকৰ যি ইচ্ছা তাকে কৰা; কিন্তু সেই পুৰুষলৈ এনে মূৰ্খতাৰ কৰ্ম্ম নকৰিবা। [২৫] তথাপি সিহঁতে তাৰ কথা শুনিবলৈ অসম্মত হল; তেতিয়া সেই পুৰুষে তাৰ উপপত্নীক ধৰি সিহঁতৰ আগলৈ উলিয়াই দিলে; তাতে সিহঁতে তাইৰ পৰিচয় ললে, আৰু ৰাতিপুৱালৈকে ওৰে-ৰাতি সিহঁতে তাইলৈ অত্যাচাৰ কৰিলে; পাছে অৰুণোদয়ৰ কালত সিহঁতে তাইক এৰি গুচি গল। [২৬] পাছে প্ৰভাত হলত, সেই তিৰুতাই আপোনাৰ গিৰিয়েকে আলহি হৈ থকা বুঢ়াৰ ঘৰৰ দুৱাৰৰ ওচৰলৈ আহি পোহৰ নোহোৱালৈকে দুৱাৰ-মুখত পৰি থাকিল। [২৭] পাছে ৰাতি পুৱালত তাইৰ গিৰিয়েকে যেতিয়া আপোন পথে যাবলৈ ওলাই ঘৰৰ দুৱাৰ মেলি বাহিৰ হল, তেতিয়া দেখিলে, তাৰ উপপত্নী ঘৰৰ দুৱাৰডলিৰ ওপৰত হাত পেলাই পৰি আছে। [২৮] তাতে সি তাইক কলে, উঠ, আমি যাওঁ, কিন্তু তাই একো উত্তৰ নিদিলে; পাছে সেই পুৰুষে গাধৰ ওপৰত তাইক তুলি লৈ যাত্ৰা কৰি আপোন ঠাইলৈ গল। [২৯] তাৰ পাছে সি আপোন ঘৰ পাই, কটাৰি লৈ সেই উপপত্নীক ধৰি হাড়ে সৈতে বাৰ ডোখৰ কৰি কাটি, ইস্ৰায়েলৰ আটাই অঞ্চললৈ পঠাই দিলে। [৩০] তাতে, যি কোনোৱে তাক দেখিলে, সিয়ে কলে, ইস্ৰায়েলৰ সন্তানবিলাকে মিচৰ দেশৰ পৰা ওলাই অহা দিনৰে পৰা আজিলৈকে এনেকুৱা কেতিয়াও হোৱা নাই, আৰু দেখা নাই; এই বিষয়ে ভালকৈ মন দি বিবেচনা কৰি, কি কৰা উচিত তাক কোৱা।

২০ পাছে, ইস্ৰায়েলৰ সকলো সন্তানবিলাক ওলাল, আৰু গিলিয়দ দেশে সৈতে গোটেই মণ্ডলীয়ে দানৰে পৰা বেৰ-চেবালৈকে এজন মানুহ যেন হৈ মিস্পাত যিহোৱাৰ সাক্ষাতে গোট খালে। [২] সকলো লোকবিলাকৰ, অৰ্থাৎ ইস্ৰায়েলৰ আটাই ফৈদবিলাকৰ মুখ্যবিলাক ঈশ্বৰৰ প্ৰজাবিলাকৰ সেই সমাজত উপস্থিত হল; তাত চাৰি লাখ তৰোৱাল ধৰা পদাতিক লোক আছিল। [৩] (ইস্ৰায়েলৰ সন্তানবিলাক মিস্পালৈ উঠি যোৱা কথা বিন্যামীনৰ সন্তানবিলাকে শুনিলে।) পাছে ইস্ৰায়েলৰ সন্তানবিলাকে সুধিলে, কোৱাচোন, এই দুষ্কৰ্ম্ম কেনেকৈ হল? [৪] তাতে সেই হত হোৱা তিৰুতাজনীৰ গিৰিয়েক লেবীয়া পুৰুষে উত্তৰ কৰি কলে, মই আৰু মোৰ উপপত্নী ৰাতি থাকিবৰ নিমিত্তে বিন্যামীনৰ অধিকাৰত থকা গিবিয়াত সোমাইছিলোঁ। [৫] তাতে গিবিয়াৰ গৃহস্থবিলাকে মোৰ অহিতে উঠি, ৰাতি মোৰ নিমিত্তে ঘৰৰ চাৰিওফালে বেৰি ধৰিলে; সিহঁতে মোক বধ কৰিবলৈ চেষ্টা কৰিছিল, আৰু সিহঁতে মোৰ উপপত্নীক বলাৎকাৰ কৰাত তাই মৰিল। [৬] পাছে মই মোৰ উপপত্নীক ধৰি ডোখৰ ডোখৰ কৰি ইস্ৰায়েলৰ অধিকাৰত থকা দেশৰ সকলো ফালে পঠালোঁ; কিয়নো সিহঁতে ইস্ৰায়েলৰ মাজত কুকৰ্ম্ম আৰু অজ্ঞানতাৰ কাৰ্য্য কৰিলে। [৭] দেখা, হে ইস্ৰায়েলৰ সন্তানবিলাক, তোমালোক সকলোৱেই আপোন আপোন মত কৈ মন্ত্ৰণা স্থিৰ কৰা। [৮] তাতে সকলো মানুহে এজন মানুহ যেন হৈ উঠি কলে, আমি কোনেও আপোন আপোন তাম্বুলৈ নেযাওঁ, আপোন আপোন ঘৰলৈ উলটি নেযাওঁ; [৯] কিন্তু এতিয়া গিবিয়ালৈ এই কাম কৰিম, চিঠিখেলৰ দ্বাৰায় বুজি তাৰ বিৰুদ্ধে যাম; [১০] আমি বিন্যামীনৰ গিবিয়ালৈ গৈ ইস্ৰায়েলৰ মাজত কৰা আটাই অজ্ঞানতাৰ কাৰ্য্য অনুসাৰে যেন সিহঁতক প্ৰতিফল দিব পাৰোঁ, এই নিমিত্তে, লোকবিলাকৰ অৰ্থে খোৱা বস্তু আনিবলৈ ইস্ৰায়েলৰ ফৈদবিলাকৰ মাজৰ পৰা এশ লোকলৈ দহ জনক, আৰু হাজাৰ লোকলৈ এশ জনক, আৰু দহ হাজাৰ লোকলৈ এক হাজাৰ জন লোকক আমি লওঁ। [১১] এই ৰূপে আটাই ইস্ৰায়েল লোকে এজন মানুহৰ নিচিনাকৈ একযোগ হৈ সেই নগৰখনৰ অহিতে গোট খালে।

[১২] ইস্রায়েলর ফৈদবিলাকে বিন্যামীন ফৈদর সকলো ফাললৈ মানুহ পঠাই এই কথা কলে, তোমালোকর মাজত এয়ে কি দুষ্কর্ম্ম হৈছে? [১৩] এতিয়া তোমালোকে সেই গিবিয়া-নিবাসী পাষণ্ডবোরক সোধাই দিয়া; আমি সিহঁতক বধ করি ইস্রায়েলর পরা দুষ্টতা দূর করোঁ। কিন্তু বিন্যামীনর সন্তানবিলাকে আপোন ভাই ইস্রায়েলর সন্তানবিলাকর কথা শুনিব নুখুজিলে, [১৪] বরং ইস্রায়েলর সন্তানবিলাকর লগত যুদ্ধ করিবর অর্থে ওলাই যাবর নিমিত্তে বিন্যামীনর সন্তানবিলাকে নগরবোরর পরা বাহির হৈ গিবিয়াত গোট খালে। [১৫] সেই দিনা গিবিয়া-নিবাসীবিলাকর বাহিরে নগরবোরর পরা অহা বিন্যামীনর সন্তানবিলাকর তরোৱাল ধরা লোক লেখত ছাব্বিশ হাজার আছিল; সেই গিবিয়া-নিবাসীবিলাক লেখত সাত শ মনোনীত লোক আছিল। [১৬] সেই সকলো লোকর মাজত সাত শ মনোনীত লোক বাঁওহতীয়া আছিল; সিহঁতর প্রতিজনে এডাল চুলির সমান বস্তুলৈ নিচান করি ফিঙ্গার শিল মারি তাত লগাব পারে।

[১৭] বিন্যামীনর বাহিরে ইস্রায়েলর তরোৱাল ধরা লোক লেখত চারি লাখ হল; সেই সকলো লোক যুদ্ধারু আছিল। [১৮] পাছে ইস্রায়েলর সন্তানবিলাকে ওলাই বৈৎ-এললৈ উঠি গৈ ঈশ্বরর গুরিত সুধিলে, বোলে, বিন্যামীনর সন্তানবিলাকে সৈতে যুদ্ধ করিবলৈ আমার মাজর কোন প্রথমে যাব? তাতে যিহোৱাই কলে, প্রথমে যিহূদা যাব। [১৯] পাছে ইস্রায়েলর সন্তানবিলাকে রাতিপুৱাতে উঠি গিবিয়ার বিরুদ্ধে ছাউনি পাতিলে। [২০] আরু ইস্রায়েল লোকবিলাকে বিন্যামীনে সৈতে যুদ্ধ করিবলৈ ওলাই গৈ, গিবিয়ার ওচরত সিহঁতর বিরুদ্ধে সৈন্যর বেহু পাতিলে; [২১] তাতে বিন্যামীনর সন্তানবিলাকে গিবিয়ার পরা বাহির ওলাই আহি, সেই দিনা ইস্রায়েলর মাজর বাইশ হাজার লোকক সংহার করি মাটিত পেলালে। [২২] পাছে ইস্রায়েল লোকবিলাকে আপোনাবিলাকক আশ্বাস দি, প্রথম দিনা যি ঠাইত সৈন্যর বেহু পাতিছিল, আকৌ তাতে বেহু পাতিলে। [২৩] (ইস্রায়েলর সন্তানবিলাকে উঠি গৈ সন্ধ্যালৈকে যিহোৱার সাক্ষাতে ক্রন্দন করিছিল, আরু যিহোৱার গুরিত সুধিছিল, বোলে, আমি আপোন ভাই বিন্যামীনর সন্তানবিলাকর লগত যুদ্ধ করিবলৈ আকৌ যাম নে? তাতে যিহোৱাই কৈছিল, সিহঁতর বিরুদ্ধে যোৱা।) [২৪] আরু ইস্রায়েলর সন্তানবিলাক দ্বিতীয় দিনা বিন্যামীনর সন্তানবিলাকর বিরুদ্ধে গলত, [২৫] বিন্যামীনে সেই দ্বিতীয় দিনা সিবিলাকর বিরুদ্ধে গিবিয়ার পরা ওলাই আহি পুনরায় ইস্রায়েলর মাজর অঠের হাজার লোকক সংহার করি মাটিত পেলালে; সেই সকলো তরোৱাল ধরা লোক আছিল। [২৬] পাছে ইস্রায়েলর সকলো সন্তানবিলাকে আটাই লোকবিলাকে বৈৎএললৈ উঠি গৈ, সেই ঠাইতে যিহোৱার সাক্ষাতে ক্রন্দন করি করি বহি থাকিল, আরু সেই দিনা সন্ধ্যালৈকে লঘোনে থাকিল, আরু যিহোৱার সাক্ষাতে হোম আরু মঙ্গলার্থক বলি উৎসর্গ করিলে। [২৭] আরু ইস্রায়েলর সন্তানবিলাকে যিহোৱাক সুধিলে, (কিয়নো সেই সময়ত ঈশ্বরর নিয়ম-চন্দুক সেই ঠাইত আছিল, [২৮] আরু সেই কালত হারোণর নাতিয়েক ইলিয়াজরর পুত্র পীনহচে তার আগত পরিচর্য্যা করি আছিল;) আমি আপোন ভাই বিন্যামীনর সন্তানবিলাকর লগত যুদ্ধ করিবলৈ আকৌ যাম নে, বা ক্ষান্ত হম? তাতে যিহোৱাই কলে, যোৱা; কিয়নো কাইলৈ ময় তোমালোকর হাতত সিহঁতক সোধাই দিম। [২৯] পাছে ইস্রায়েলে চারিওফালে গিবিয়ার বিরুদ্ধে মানুহ লুকুৱাই রাখিলে।

[৩০] পাছে তৃতীয় দিনা ইস্রায়েলর সন্তানবিলাকে বিন্যামীনর সন্তানবিলাকর বিরুদ্ধে উঠি গৈ আগর দরে গিবিয়ার অহিতে সৈন্যর বেহু পাতিলে; [৩১] তাতে বিন্যামীনর সন্তানবিলাক লোকবিলাকর বিরুদ্ধে ওলাল, আরু সিহঁতক নগরর পরা দূরৈলৈ নিয়া হল, আরু সিহঁতে আগর দরে লোকবিলাকর মাজত প্রহার করি বধ করিবলৈ ধরি, বৈৎ-এললৈ যোৱা আরু পথারর মাজেদি গিবিয়ালৈ যোৱা এই দুই রাজবাটত ইস্রায়েলর মাজর ত্রিশ জনমান লোকক বধ করিলে। [৩২] তেতিয়া বিন্যামীনর সন্তানবিলাকে কলে, সিহঁতে আমার আগত আগর দরে ঘাটিছে। কিন্তু ইস্রায়েলর সন্তানবিলাকে কলে, আহাঁ, আমি পলাই সিহঁতক নগরর পরা

ৰাজবাটলৈ আনোঁহক। [৩৩] এতেকে ইস্রায়েলৰ সকলো লোকে আপোন আপোন ঠাইৰ পৰা উঠি গৈ বাল্‌তামৰত সৈন্যৰ বেহু পাতিলে; আৰু ইয়াৰ ভিতৰতে ইস্রায়েলৰ লুকাই থকা লোকবিলাকে আপোন আপোন ঠাইৰ পৰা অর্থাৎ মাৰেইগেবাৰ পৰা ওলাই আহিল। [৩৪] আৰু গোটেই ইস্রায়েলৰ মাজত মনোনীত হোৱা দহ হাজাৰ লোক গিবিয়াৰ আগলৈ আহিলত ঘোৰ যুদ্ধ হল; কিন্তু অমঙ্গল যে সিহঁতলৈ ঘটিব লগা হল, তাক সিহঁতে নেজানিলে। [৩৫] তেতিয়া যিহোৱাই ইস্রায়েলৰ আগত বিন্যামীনক প্রহাৰ কৰাতে, সেই দিনা ইস্রায়েলৰ সন্তানবিলাকে বিন্যামীনৰ মাজৰ পঁচিশ হাজাৰ এশ লোকক বিনষ্ট কৰিলে; সেই সকলো তৰোৱাল ধৰা লোক আছিল।

[৩৬] বিন্যামীনৰ সন্তানবিলাকে দেখিলে, যে, সিবিলাক ঘাটিল; কিয়নো ইস্রায়েলৰ লোকবিলাক বিন্যামীনৰ পৰা হুঁহকি গৈছিল; কাৰণ সিবিলাকে যিবোৰ লোক গিবিয়াৰ বিৰুদ্ধে থৈছিল, সেইবোৰ লোকৰ ওপৰত সিবিলাকে নির্ভৰ কৰিছিল। [৩৭] পাছে সেই লুকাই থকা লোকবিলাকে বেগেৰে গিবিয়া আক্রমণ কৰি, সোমাই গৈ তৰোৱালৰ ধাৰেৰে গোটেইখন নগৰ সংহাৰ কৰিলে। [৩৮] সেই লুকাই থকাবিলাকে ইস্রায়েল লোকবিলাকে সৈতে এই চিন স্থিৰ কৰিছিল, যে, সিবিলাকে নগৰৰ পৰা মেঘস্তম্ভৰ দৰে বৰকৈ ধুঁৱা উৎপন্ন কৰিব। [৩৯] এতেকে, ইস্রায়েল লোকবিলাকে যুদ্ধত মুখ ঘুৰালত, বিন্যামীনে সিবিলাকৰ মাজত প্রহাৰ কৰি বধ কৰিবলৈ ধৰি প্রায় ত্রিশ জন মানুহক বধ কৰিলে; কিয়নো সিহঁতে কৈছিল, প্রথম যুদ্ধৰ নিচিনাকৈ ইহঁত আমাৰ আগত নিশ্চয়ে ঘাটিছে। [৪০] কিন্তু যেতিয়া নগৰৰ পৰা স্তম্ভৰ আকৃতিৰে ধুঁৱা উঠিবলৈ ধৰিলে, তেতিয়া বিন্যামীনে পাছলৈ চাই দেখিলে, যে, গোটেই নগৰ ধুঁৱাময় হৈ আকাশলৈ উঠি গৈছে। [৪১] আৰু ইস্রায়েল লোকবিলাকেও মুখ ঘুৰালত, অমঙ্গল আমালৈ ঘটিল, ইয়াকে দেখি বিন্যামীনৰ লোকবিলাক অতিশয় বিহ্বল হল, [৪২] আৰু ইস্রায়েল লোকবিলাকৰ সাক্ষাতে, অৰণ্যৰ বাটেদি পাবৰ নিমিত্তে পিঠি দিলে; তথাপি ৰণে সিহঁতৰ পাছ নেৰিলে; আৰু নগৰবোৰৰ পৰা ওলাই অহা লোকবিলাকে সেই বাটৰ মাজতে সিহঁতক সংহাৰ কৰিলে; [৪৩] সিবিলাকে বিন্যামীনীয়াহঁতক চাৰিওফালে বেৰি ধৰি খেদি নি, মিনোৱা ঠাইত সূর্য্য উদয় হোৱা ফালে গিবিয়াৰ আগত থকা ঠাইলৈকে মাটিত পেলাই গচকিবলৈ ধৰিলে। [৪৪] তাতে বিন্যামীনীয়াহঁতৰ অঠেৰ হাজাৰ লোক মৰা পৰিল; সেই সকলো বীৰপুৰুষ আছিল। [৪৫] পাছে সিহঁতে ঘূৰি অৰণ্যৰ ফাললৈ ৰিম্মোন শিললৈ পলাবলৈ ধৰাত, সিহঁতৰ অৱশিষ্ট লোকৰ মাজত আন পাঁচ হাজাৰ লোকক সিবিলাকে ৰাজ-আলিত বধ কৰিলে; আৰু সিহঁতৰ পাছে পাছে গিদোমলৈকে বেগেৰে খেদি গৈ, সিহঁতৰ আৰু দুই হাজাৰ লোকক বধ কৰিলে। [৪৬] এই ৰূপে সেই দিনা বিন্যামীনীয়াহঁতৰ মাজৰ সর্ব্বমোট তৰোৱাল ধৰা পঁচিশ হাজাৰ লোক মৰা পৰিল; সিহঁত সকলো বীৰপুৰুষ আছিল। [৪৭] কিন্তু ছশ লোকে ঘূৰি অৰণ্যৰ ফাললৈ ৰিম্মোন শিললৈ পলাই গৈ, সেই ৰিম্মোন শিলত চাৰি মাহ থাকিল। [৪৮] আৰু ইস্রায়েল লোকবিলাকে বিন্যামীনৰ সন্তানবিলাকৰ বিৰুদ্ধে পুনৰায় ঘূৰি আহি নগৰত থকা আটাই মানুহ আৰু পশু আদি যি যি পালে, সেই সকলোকে তৰোৱালৰ ধাৰেৰে আঘাত কৰিলে; আৰু যিমান নগৰ পোৱা গল, সেই সকলোকে জুই দি পুৰি ভস্ম কৰিলে।

২১ ইস্রায়েল লোকবিলাকে মিস্পাত এই শপথ কৰি কৈছিল, বোলে, আমাৰ কোনেও বিন্যামীনৰ মাজৰ কাৰো লগত আপোন জীয়েকক বিয়া দিব নেলাগে। [২] পাছে লোকবিলাকে বৈৎএললৈ আহি ঈশ্বৰৰ সাক্ষাতে সন্ধ্যালৈকে সেই ঠাইত বহি থাকি বৰ মাতেৰে ক্রন্দন কৰি কলে, [৩] হে ইস্রায়েলৰ ঈশ্বৰ যিহোৱা, আজি যে ইস্রায়েলৰ মাজৰ এক ফৈদ লুপ্ত হল, ইস্রায়েলৰ মাজত কিয় এনে ঘটিল? [৪] পাছদিনা লোকবিলাকে পুৱাতে উঠি, সেই ঠাইতে এটা যজ্ঞবেদি সাজি হোম-বলি আৰু মঙ্গলার্থক বলি উৎসর্গ কৰিলে। [৫] পাছে ইস্রায়েলৰ সন্তানবিলাকে কলে, সমাজলৈ যিহোৱাৰ ওচৰলৈ নহা ইস্রায়েলৰ ফৈদবিলাকৰ মাজত এনে কোন মানুহ আছে? কিয়নো, মিস্পালৈ যিহোৱাৰ ওচৰলৈ

যেয়ে নাহিব, তাৰ প্ৰাণদণ্ড অৱশ্যে হব বুলি সিবিলাকে মহাশপথ কৰিছিল। [৬] আৰু ইস্ৰায়েলৰ সন্তানবিলাকে আপোন ভাই বিন্যামীনৰ অৰ্থে বেজাৰ কৰি কলে, ইস্ৰায়েলৰ মাজৰ পৰা আজি এক ফৈদ উচ্ছন্ন হল ; [৭] এতিয়া তাৰ অৱশিষ্ট থকা লোকবিলাকৰ বিয়াৰ বিষয়ে কি কৰা উচিত ? কিয়নো আমাৰ আপোন আপোন জীয়ঁতক সিহঁতে সৈতে বিয়া নিদিওঁ বুলি কৈ আমি যিহোৱাৰ নামেৰে শপথ কৰিলোঁ। [৮] এই হেতুকে সিবিলাকে কলে, মিস্পাত যিহোৱাৰ ওচৰলৈ নহা ইস্ৰায়েলৰ ফৈদবিলাকৰ মাজৰ এনে কোন মানুহ আছে ? দেখা, যাবেচ-গিলিয়দৰ কোনো মানুহ ছাউনিৰ সমাজলৈ অহা নাই। [৯] কিয়নো, লোকবিলাকক লেখ কৰা কালত দেখিলে, যে, যাবেচ-গিলিয়দ-নিবাসীবিলাকৰ এজনো সেই ঠাইত নাই। [১০] তাতে মণ্ডলীয়ে বলবানবিলাকৰ মাজৰ পৰা বাৰ হাজাৰ লোকক সেই ঠাইলৈ পঠাই এই আজ্ঞা কৰিলে, তোমালোকে গৈ যাবেচ-গিলিয়দ-নিবাসীবিলাকক লৰা-তিৰুতাই সৈতে সকলোকে তৰোৱালৰ ধাৰেৰে বধ কৰা ; [১১] আৰু এই কাম কৰিবা, প্ৰতিজন পুৰুষক আৰু পুৰুষে সৈতে শয়ন কৰি জ্ঞাত হোৱা প্ৰতিজনী তিৰুতাক নিঃশেষে বিনষ্ট কৰিবা। [১২] তাতে সিবিলাকে গৈ, পুৰুষে সৈতে শয়ন কৰি জ্ঞাত নোহোৱা চাৰি শ জনী কুমাৰী ছোৱালী যাবেচ-গিলিয়দ-নিবাসীবিলাকৰ মাজত পাই, কনান দেশত থকা চীলোৰ ছাউনিলৈ সিহঁতক আনিলে।

[১৩] পাছে গোটেই মণ্ডলীয়ে দূতৰ দ্বাৰায় ৰিম্মোন শিলত থকা বিন্যামীনৰ সন্তানবিলাকলৈ কথা কৈ পঠালে, আৰু সিহঁতৰ আগত সন্ধিৰ ঘোষণা কৰিলে। [১৪] সেই সময়ত বিন্যামীনৰ লোকবিলাক উলটি আহিলত, সিবিলাকে যাবেচ-গিলিয়দীয়া তিৰুতাবিলাকৰ মাজৰ জীয়াই ৰখা ছোৱালীবোৰক সিহঁতে সৈতে বিয়া দিলে ; তথাপি সিহঁতৰ নাটনি হল। [১৫] যিহোৱাই ইস্ৰায়েলৰ ফৈদস্বৰূপ গড়ত এটা বিদ্ধা কৰিছিল ; এই নিমিত্তে লোকবিলাকে বিন্যামীনৰ অৰ্থে অতিশয় বেজাৰ কৰিলে।

[১৬] পাছে মণ্ডলীৰ বৃদ্ধবিলাকে কলে, বিন্যামীনৰ পৰা স্ত্ৰীজাতি উচ্ছন্ন হোৱাত, অৱশিষ্ট-বিলাকক বিয়া দিবৰ নিমিত্তে আমি কি কৰা উচিত ? [১৭] সিবিলাকে আৰু কলে, ইস্ৰায়েলৰ মাজৰ এক ফৈদ লুপ্ত নহবৰ নিমিত্তে, বিন্যামীনৰ ৰক্ষা পোৱা লোকবিলাকৰ অৰ্থে অৱশ্যে এক আধিপত্য থকা আবশ্যক। [১৮] কিন্তু আমি সিহঁতে সৈতে আমাৰ জীয়াৰীবোৰ বিয়া দিব নোৱাৰোঁ ; কিয়নো, যি কোনোৱে বিন্যামীনক ছোৱালী দিব, সি শাপগ্ৰস্ত হব বুলি ইস্ৰায়েলৰ সন্তানবিলাকে শপথ কৰিছিল। [১৯] শেষত সিবিলাকে কলে, দেখা, বৈৎ-এলৰ উত্তৰফালে, বৈৎ-এলৰ পৰা চিখিমলৈ উঠি যোৱা ৰাজপথৰ পূবফালে, আৰু লবোণাৰ দক্ষিণফালে থকা চীলোত বছৰে বছৰে যিহোৱাৰ উদ্দেশে এক উৎসৱ হৈ থাকে। [২০] আৰু সিবিলাকে বিন্যামীনৰ সন্তানবিলাকক আজ্ঞা কৰিলে, বোলে, তোমালোকে গৈ দ্ৰাক্ষাবাৰীবোৰত লুকাই চাই থাকিবা ; [২১] পাছে চীলোৰ জীয়াৰীবোৰে যেতিয়া নাচবাগ কৰিবলৈ ওলাই যাব, তেতিয়া তোমালোক প্ৰতিজনে বাৰীবোৰৰ মাজৰ পৰা বাহিৰ হৈ চীলোৰ জীয়াৰীবিলাকৰ মাজৰ পৰা আপোন আপোন তিৰুতা ধৰি লৈ বিন্যামীন দেশলৈ গুচি যাবা। [২২] সিহঁতৰ বাপেক বা ভায়েক-ককায়েক-বিলাকে যদি গোচৰ কৰিবৰ নিমিত্তে আমাৰ ওচৰলৈ আহে, তেতিয়া আমি সিবিলাকক কম, তোমালোকে আমালৈ চাই অনুগ্ৰহ কৰি সিহঁতক দান কৰা ; কিয়নো যুদ্ধৰ সময়ত, আমি সিহঁত প্ৰতিজনৰ নিমিত্তে তিৰুতা নেপালোঁ ; সিহঁতক যে তোমালোকে দিলা, এনে নহয় ; দিয়া হলে, অপৰাধী হলাহেঁতেন। [২৩] তাতে বিন্যামীনৰ সন্তানবিলাকে তেনেকৈ কৰি, আপোনাবিলাকৰ সংখ্যা অনুসাৰে নাচ কৰা ছোৱালীবোৰৰ মাজৰ পৰা ছোৱালী ধৰি নি তিৰুতা কৰি ললে ; আৰু সিহঁতে আপোন আধিপত্যলৈ উলটি গৈ পুনৰায় নগৰবোৰ সাজি লৈ তাৰ মাজত বাস কৰিলে। [২৪] আৰু সেই সময়ত ইস্ৰায়েলৰ সন্তানবিলাকৰ প্ৰতিজনে তাৰ পৰা আপোন আপোন ফৈদ আৰু গোষ্ঠীৰ ওচৰলৈ প্ৰস্থান কৰিলে, আৰু আপোন আপোন আধিপত্যলৈ গল। [২৫] সেই কালত ইস্ৰায়েলৰ মাজত ৰজা নাছিল ; যেয়ে যিহকে ভাল দেখিছিল, সি তাকেই কৰিছিল।

# ৰূথৰ বিবৰণ।

ৰূথ শাহুৱেকৰ লগত বৈৎ-লেহমলৈ যোৱা।

১ বিচাৰকৰ্ত্তাবিলাকে শাসন কৰা কালত, দেশত এবাৰ আকাল হৈছিল; তাতে যিহূদাৰ বৈৎ-লেহমৰ এজন পুৰুষ, তেওঁৰ ভাৰ্য্যা, আৰু দুজন পুতেক মোৱাব দেশত প্ৰবাস কৰিবলৈ গল। [২] সেই মানুহৰ নাম ইলীমেলক, তেওঁৰ ভাৰ্য্যাৰ নাম নয়মী, আৰু তেওঁৰ পুতেক দুজনৰ নাম মহলোন আৰু কিলিয়োন; ইবিলাক যিহূদাৰ বৈৎ-লেহম-নিবাসী ইফ্ৰাথীয়া মানুহ। ইবিলাকে মোৱাব দেশ পাই তাতে থাকিল। [৩] পাছে নয়মীৰ স্বামী ইলীমেলক মৰিলত, তেওঁ আৰু তেওঁৰ পুতেক দুজন অবশিষ্ট ৰল। [৪] আৰু সিবিলাকে অৰ্পা ও ৰূথ নামেৰে দুজনী মোৱাবীয়া ছোৱালী বিয়া কৰি প্ৰায় দহ বছৰলৈকে সেই ঠাইত বাস কৰিলে। [৫] পাছে মহলোন আৰু কিলিয়োন এই দুজন পুতেকো মৰিল; তাতে নয়মী পুত্ৰ আৰু স্বামীহীনা হৈ থাকিল। [৬] তেতিয়া তেওঁ আপোনাৰ বোৱাৰীয়েক দুজনীক লগত লৈ মোৱাব দেশৰ পৰা উলটি যাবলৈ ওলাল; কিয়নো, যিহোৱাই আপোন লোক-বিলাকলৈ অনুগ্ৰহ কৰি সিবিলাকক খোৱা দ্ৰব্য দিছে, এই কথা তেওঁ মোৱাব দেশত শুনিবলৈ পাইছিল। [৭] তেওঁ আৰু তেওঁৰ বোৱাৰীয়েক দুজনী আপোন ঠাইৰ পৰা ওলাই যেতিয়া যিহূদা দেশলৈ উলটি যোৱা বাটে গৈছিল, [৮] তেতিয়া নয়মীয়ে বোৱাৰীয়েক দুজনীক কলে, তোমা-লোকে আপোন আপোন মাৰাৰ ঘৰলৈ উলটি যোৱা; মৃত কেইজনলৈ আৰু মোলৈকো তোমা-লোকে যেনে দয়া কৰিছিলা, যিহোৱাই তোমা-লোকলৈকো তেনে দয়া কৰোক। [৯] তোমালোক প্ৰতিজনে যেন আপোন আপোন স্বামীৰ ঘৰত বিশ্ৰাম পোৱা, যিহোৱাই তোমালোকক এনে বৰ দিওক, এই বুলি তেওঁ সিহঁতক চুমা খালে। [১০] তাতে সিহঁতে বৰকৈ চিঁয়ৰি কান্দি তেওঁক কলে, নহয়, আমি তোমাৰ লগতে তোমাৰ লোকবিলাকৰ গুৰিলৈ যাম। [১১] তাতে নয়মীয়ে কলে, হে মোৰ আইটীহঁত, উভটি যোৱা; তোমা-লোকে মোৰ লগত কেলেই যাব লাগিছে? তোমালোকৰ স্বামী হবৰ নিমিত্তে এতিয়াও জানো মোৰ গৰ্ত্তত পুত্ৰ আছে? [১২] হে মোৰ আইটীহঁত, আপোন বাটে উভটি যোৱা; কিয়নো মই বুঢ়ী, আকৌ বিয়া হব নোৱাৰোঁ; আৰু যদিও মোৰ আশা আছে বুলি মই কওঁ, আৰু মই বিয়া হৈ আজি ৰাতি যদি পুত্ৰ প্ৰসব কৰোঁ, [১৩] তেন্তে তোমালোকে জানো সিহঁত ডাঙৰ হোৱালৈকে সিহঁতৰ নিমিত্তে বাট চাই বিয়া নোহোৱাকৈ থাকিবা? হে মোৰ আইটীহঁত, সেয়ে নহয়, কিয়নো মই তোমালোকত্‌কৈয়ো বৰ দুঃখিত হৈছোঁ; কাৰণ যিহোৱাৰ হাত মোৰ বিৰুদ্ধে মেলা হল। [১৪] তাতে সিহঁতে আকৌ বৰকৈ চিঁয়ৰি কান্দিলে; পাছে অৰ্পাই আপোনাৰ শাহুৱেকক চুমা খাই বিদায় ললে; কিন্তু ৰূথে তেওঁক নেৰি তেওঁৰ লগতে থাকিল। [১৫] তেতিয়া নয়মীয়ে কলে, সৌৱা চোৱা, তোমাৰ জায়েৰাই আপোন লোকবিলাকৰ আৰু আপোন দেৱতাৰ গুৰিলৈ উলটি গৈছে; তুমি আপোন জায়েৰাৰ পাছে পাছে উলটি যোৱা। [১৬] কিন্তু ৰূথে কলে, তোমাক এৰি তোমাৰ পাছৰ পৰা উলটি যাবলৈ মোক নধৰিবা; কিয়নো, তুমি যলৈকে যোৱা, ময়ো তলৈকে যাম, আৰু তুমি য'ত থাকিবা, ময়ো তাতে থাকিম, তোমাৰ লোকেই মোৰ লোক, আৰু তোমাৰ ঈশ্বৰেই মোৰো ঈশ্বৰ হব; [১৭] তুমি যি ঠাইত মৰিবা, ময়ো সেই ঠাইতে মৰিম, আৰু তাতেই মোৰ মৈদামো হব; কেৱল মৃত্যুৰ বাহিৰে আন কোনোৰেই যদি মোক তোমাৰ পৰা পৃথক কৰিব পাৰে, তেন্তে যিহো-ৱাই মোক অমুক আৰু তাত্‌কৈয়ো অধিক দণ্ড দিওক। [১৮] তাতে, আপোনাৰ লগত যাবলৈ ৰূথৰ দৃঢ় মন আছে, ইয়াকে দেখি তেওঁ তাইক কথা কবলৈ এৰিলে। [১৯] পাছে সিবিলাক দুয়ো গৈ গৈ শেষত বৈৎ-লেহম পালেগৈ; আৰু সিবিলাকে বৈৎ-লেহম পালত, সিবিলাকৰ বিষয়ে গোটেই নগৰতে কোৱামেলা হলত, তিৰুতাবিলাকে সুধিলে, এয়েঁই নয়মী নে?

২০ তাতে তেওঁ সিবিলাকক কলে, মোক নয়মী [সুখিনী] বুলি নেমাতিবা, কিন্তু মাৰা [দুঃখিনী] বুলি মাতিবা; কিয়নো সৰ্ব্বশক্তিমান জনাই মোক বড় দুঃখত পেলালে; ২১ ময় পৰিপূৰ্ণ হৈ গৈছিলোঁ; কিন্তু এতিয়া যিহোৱাই মোক শুদা-হাতে ওলোটাই আনিলে। তোমালোকে মোক নয়মী বুলি কিয় মাতিছা? যিহোৱাই মোৰ বিৰুদ্ধে সাক্ষ্য দিছে, আৰু সৰ্ব্বশক্তিমান জনাই মোক নিগ্ৰহ কৰিলে। ২২ এই ৰূপে নয়মী মোৱাব দেশৰ পৰা অহা তেওঁৰ বোৱাৰীয়েক সেই মোৱাবীয়া ৰূথে সৈতে উলটি আহিল; যব ধান দাবলৈ আৰম্ভ কৰা কালত সিবিলাকে আহি বৈৎ-লেহম পালে।

ৰূথে বোৱজৰ পথাৰত ধান বোটলা।

২ ইলীমেলকৰ গোষ্ঠীৰ মাজৰ বোৱজ নামেৰে এজন ভদ্ৰ আৰু ধনৱান লোক নয়মীৰ স্বামীৰ সম্বন্ধীয়া আছিল। ২ পাছে মোৱাবীয়া ৰূথে নয়মীক কলে, নিবেদন কৰোঁ, ময় পথাৰলৈ গৈ, যাৰ দৃষ্টিত অনুগ্ৰহ পাওঁ, তাৰ পাছে পাছে শস্যৰ পড়ি থকা থোক বোটলোঁগৈ। তাতে নয়মীয়ে তেওঁক কলে, আইটী, যোৱা। ৩ পাছে তেওঁ গৈ কোনো পথাৰ পাই ধান দোৱাবিলাকৰ পাছে পাছে, পড়ি থকা থোক বুটলিবলৈ ধৰিলে; ঘটনাক্ৰমে তেওঁ ইলীমেলকৰ গোষ্ঠীৰ মাজৰ সেই বোৱজৰ মাটিডোখৰতে উপস্থিত হল। ৪ পাছে দেখা, বোৱজে বৈৎ-লেহমৰ পৰা আহি ধান দোৱাবিলাকক কলে, যিহোৱা তোমালোকৰ সঙ্গী হওক; সিহঁতে উত্তৰ কৰিলে, যিহোৱাই আপোনাক আশীৰ্ব্বাদ কৰোক। ৫ পাছে বোৱজে ধান দোৱাবিলাকৰ ওপৰত নিযুক্ত থকা আপোন দাসক সুধিলে, সেই গাভৰু কাৰ? ৬ তেতিয়া ধান দোৱাবিলাকৰ ওপৰত নিযুক্ত থকা দাসে কলে, তাই নয়মীৰ লগত মোৱাব দেশৰ পৰা অহা সেই মোৱাবীয়া গাভৰু; ৭ তাই মোক কলে, অনুগ্ৰহ কৰি ধান দোৱাবিলাকৰ পাছে পাছে মুঠিৰ মাজে মাজে পড়ি থকা থোকবোৰ বুটলি গোটাবলৈ মোক দিয়া, এই বুলি তাই আহি ৰাতিপুৱাৰে পৰা এতিয়ালৈকে বুটলি আছে; তাই ঘৰত অলপ পৰহে বহি আছিল। ৮ পাছে বোৱজে ৰূথক কলে, আইটী, শুনাছোন, তুমি বুটলিবলৈ আন পথাৰলৈ নেযাবা; এই ঠাইৰ পৰা নগৈ মোৰ দাসীবোৰৰ লগে লগে থাকা। ৯ পথাৰৰ যি ভাগতে শস্য দোৱা হয়, তালৈকে চকু দি তুমি দাসীবিলাকৰ পাছত যাবা; তোমাক চুবলৈ ময় ডেকাবোৰক নিষেধ কৰা নাই? আৰু পিয়াহ লাগিলে তুমি পাত্ৰৰ ওচৰলৈ গৈ ডেকাবোৰে তুলি অনাকে খাবাগৈ। ১০ তাতে তেওঁ তললৈ মুখ কৰি মাটিত পড়ি প্ৰণিপাত কৰি তেওঁক কলে, বিদেশিনী যি ময়, মোলৈ যে আপুনি কৃপাদৃষ্টি কৰিছে, আপোনাৰ আগত এই অনুগ্ৰহ ময় কিয় পালোঁ? ১১ বোৱজে উত্তৰ কৰি কলে, তোমাৰ স্বামীৰ মৃত্যুৰ পাছে তুমি শাহুৱেৰালৈ যেনে ব্যৱহাৰ কৰি আছা, আৰু আপোন পিতৃ-মাতৃ ও জন্মভূমি এৰি আগৈয়ে তুমি নজনা লোকবিলাকৰ গুৰিলৈ আহিছা, এই সকলো কথা সম্পূৰ্ণকৈ ময় শুনিবলৈ পালোঁ। ১২ যিহোৱাই তোমাৰ কৰ্ম্মৰ ফল দিওক; তুমি ইস্ৰায়েলৰ যি যিহোৱাৰ ডেউকা দুখনিৰ তলত আশ্ৰয় লবলৈ আহিছা, তেৱেঁই তোমাক সম্পূৰ্ণ-ৰূপে পুৰস্কাৰ দিওক। ১৩ তাতে তেওঁ কলে, হে মোৰ প্ৰভো, আপুনি মোলৈ কৃপাদৃষ্টি কৰোক; কিয়নো আপুনি মোক সান্ত্বনা কৰিলে, আৰু ময় আপোনাৰ এজনী দাসীৰ নিচিনা নোহোৱাতো আপুনি এই দাসীক মৰমৰ কথা কলে। ১৪ পাছে ভোজনৰ সময়ত বোৱজে তেওঁক কলে, তুমি এই ঠাইলৈ আহি পিঠাৰ পৰা লৈ খোৱা, আৰু তুমি লোৱা পিঠাডোখৰ টেঙা দ্ৰাক্ষাৰসত জুবুৰিওৱা। তেতিয়া, তেওঁ ধান দোৱাবিলাকৰ কোষত বহিলত, বোৱজে হাত মেলি ভজা যব তেওঁক দিলে; তাতে তেওঁ ভোজন কৰি তৃপ্ত হল, আৰু কিছুমান অৱশিষ্ট ৰাখিলে। ১৫ পাছে, তেওঁ ধান বুটলিবলৈ উঠিলত, বোৱজে আপো-নাৰ ডেকাবিলাকক আজ্ঞা কৰিলে, বোলে, তাইক মুঠিবোৰৰ মাজতো বুটলিবলৈ দে, আৰু তাইক অপমান নকৰিবি; ১৬ আৰু বন্ধা মুঠিৰ পৰা কিছু কিছু টানি উলিয়াই তাই বুটলিবৰ নিমিত্তে এৰিবি, আৰু তাইক ডাবি নিদিবি। ১৭ তাতে তেওঁ সন্ধ্যালৈকে সেই পথাৰত ধান বুটলিলে; আৰু আপুনি বোটলা ধান মাৰিলত প্ৰায় এক ঐফা যব হল। ১৮ পাছে তেওঁ তাক

লৈ নগৰলৈ গলত, তেওঁ বুটলি গোটোৱা ধান শাহুৱেকে চালে; আৰু তেওঁ খাই তৃপ্ত হোৱাৰ পাছে যি অৱশিষ্ট ভাগ ৰাখিছিল, তাক উলিয়াই শাহুৱেকক দিলে। [১৯] তেতিয়া তেওঁৰ শাহুৱেকে তেওঁক কলে, তুমি আজি ক'ত ধান বুটলিছিলা? ক'ত শ্ৰম কৰিছিলা? যি মানুহে তোমাক ইমান মৰম কৰিলে, তেওঁ ধন্য হওক। তেতিয়া তেওঁ কাৰ তাত শ্ৰম কৰিছিল, তাক শাহুৱেকক জনাই কলে, যি মানুহৰ তাত মই আজি শ্ৰম কৰিছিলোঁ, তেওঁৰ নাম বোৱজ। [২০] তাতে নয়মীয়ে আপোন বোৱাৰীয়েকক কলে, যি জনাই জীয়া আৰু মৰা লোকলৈ দয়া কৰিবলৈ এৰা নাই, সেই যিহোৱাৰ পৰা তেওঁ আশীৰ্ব্বাদ পাওক। নয়মীয়ে আৰু কলে, সেই মানুহ আমাৰ সম্বন্ধীয়া, তেওঁ আমাৰ মুক্তিকৰ্ত্তা জ্ঞাতিবিলাকৰ মাজৰ এজন। [২১] পাছে মোৱাবীয়া ৰূথে কলে, তেওঁ মোক ইয়াকো কলে, যে, মোৰ ধান আটাইবোৰ দাই শেষ নহয়মানে তুমি মোৰ দাস-দাসীবিলাকৰ লগ নেৰিবা। [২২] পাছে নয়মীয়ে আপোন বোৱাৰীয়েক ৰূথক কলে, আইটী, তুমি তেওঁৰ দাসীবিলাকৰ লগে লগে যোৱা ভাল; সেয়ে নহলে, আন কোনো পথাৰত কোনোবাই তোমাক অপমান কৰিব পাৰে। [২৩] এই ৰূপে যৱ আৰু ঘেঁহু ধান দাই নেটোইমানলৈকে তেওঁ ধান বুটলি বুটলি বোৱজৰ দাসীবিলাকৰ লগে লগে থাকিল, আৰু আপোন শাহুৱেকৰ লগত বাস কৰিলে।

### বোৱজৰ লগত ৰূথৰ বিবাহ।

৩ পাছে তেওঁৰ শাহুৱেক নয়মীয়ে তেওঁক কলে, হে মোৰ আইটী, যিহতে তোমাৰ মঙ্গল হয়, এনে বিশ্ৰামস্থান মই জানো তোমাৰ নিমিত্তে নিবিচাৰিম? [২] এতেকে শুনা, তুমি যি বোৱজৰ দাসীবিলাকৰ লগত আছিলা, তেওঁ জানো আমাৰ সম্বন্ধীয়া নহয়? দেখা, তেওঁ আজি ৰাতি মৰণা মৰা ঠাইত যৱ জাৰি আছে। [৩] এই নিমিত্তে এতিয়া তুমি গা ধোৱা, আৰু গাত তেল ঘঁহা, আৰু আপোনাৰ কাপৰ পিন্ধি সেই শস্য মৰা ঠাইলৈ নামি যোৱা; কিন্তু সেই মানুহে ভোজন-পান কৰি নেটোৱালৈকে তুমি তেওঁক দেখা নিদিবা। [৪] তেওঁ যেতিয়া শুব, তেতিয়া তুমি তেওঁৰ শোৱা ঠাই চাই ঠিক কৰি লবা; পাছে সেই ঠাইলৈ গৈ তেওঁৰ ভৰি কালৰ কাপৰ গুচাই তাতে শুবা; তেতিয়া তেওঁ নিজে, তুমি কি কৰিব লাগিব তাক কব। [৫] ৰূথে তেওঁক কলে, তুমি যি কৈছা, মই সেই সকলোকে কৰিম। [৬] পাছে তেওঁ সেই শস্য মৰা ঠাইলৈ নামি গৈ আপোন শাহুৱেকৰ আদেশ অনুসাৰে সকলোকে কৰিলে। [৭] বোৱজে ভোজন-পান কৰি সন্তুষ্ট মনেৰে গৈ শস্যৰ দ'মৰ মূৰত শুলত, ৰূথে ধীৰে ধীৰে আহি তেওঁৰ ভৰি কালৰ কাপৰ গুচাই শুলে। [৮] পাছে মাজ নিশাত সেই পুৰুষে উচাব খাই, কোব সলাওঁতে, আপোনাৰ ভৰিৰ ওচৰত এজনী তিৰুতা মানুহ শুই থকা গম পালে। [৯] তেতিয়া তেওঁ সুধিলে, তুমি কোন? তাতে তেওঁ কলে, মই আপোনাৰ দাসী ৰূথ; এতেকে আপোনাৰ এই দাসীৰ ওপৰলৈ আপোনাৰ কাপৰৰ আঁচল মেলি দিওক; কাৰণ আপুনি মুক্তিকৰ্ত্তা সম্বন্ধীয়া। [১০] তাতে তেওঁ কলে, আইটী, তুমি যিহোৱাৰ আশীৰ্ব্বাদপ্ৰাপ্ত হোৱা; কিয়নো ধনী কি দৰিদ্ৰ কোনো ডেকা পুৰুষৰ পাছত নোযোৱাত, তুমি আগতকৈ শেষত অধিক প্ৰেম দেখুৱালা। [১১] এতেকে আইটী, তুমি ভয় নকৰিবা; তুমি কোৱা আটাইকে মই কৰিম; কিয়নো তুমি যে সতী, ইয়াক মোৰ আপোন জাতিৰ নগৰৰ দুৱাৰৰ ভিতৰত থকা সকলোৱে জানি আছে? [১২] এতিয়া শুনা, মই যে মুক্তিকৰ্ত্তা সম্বন্ধীয়া, সেয়ে স্বৰূপ; কিন্তু মোতকৈ ওচৰ-সম্বন্ধীয়া মুক্তিকৰ্ত্তা আৰু এজন আছে। [১৩] আজি ৰাতি থাকা; ৰাতিপুৱা তেওঁ যদি তোমাক মুক্ত কৰে, তেন্তে ভাল, তেৱেঁই মুক্ত কৰোক; কিন্তু তোমাক মুক্ত কৰিবলৈ যদি তেওঁৰ ইচ্ছা নহয়, তেন্তে যিহোৱাৰ জীৱনৰ শপথ, ময়েই তোমাক মুক্ত কৰিম; তুমি ৰাতিপুৱালৈকে শুই থাকা। [১৪] তাতে ৰূথে ৰাতিপুৱালৈকে তেওঁৰ ভৰিৰ ওচৰত শুই থাকিল; পাছে ইজনে সিজনক চিনিব পৰা সময় নৌ হওঁতেই তেওঁ উঠিল; কাৰণ বোৱজে কৈছিল, শস্য মৰা ঠাইলৈ তিৰুতা মানুহ অহা কথা কোনেও জানিব নেলাগে। [১৫] তেওঁ আৰু কলে, তুমি গাত লোৱা ওপৰৰ কাপৰ পাতি ধৰা; তাতে ৰূথে তাক পাতিলত,

তেওঁ ছদোন যৱ ধান জুখি মূরত তুলি দি নগরলৈ গুচি গল। [১৬] পাছে রূথ আপোনার শাহুৱেকর ওচরলৈ আহিলত, তেওঁর শাহুৱেকে কলে, আইটী, তোমার কথা কি হল? তাতে তেওঁ সেই পুরুষে তেওঁলৈ করা আটাই কথা শাহুৱেকক কলে। [১৭] তেওঁ আরু কলে, শাহুৱেরার ওচরলৈ শুদা-হাতে যাব নেলাগে, এই বুলি কৈ তেওঁ মোক এই ছদোন যৱ ধান দিলে। [১৮] তেতিয়া তেওঁর শাহুৱেকে তেওঁক কলে, আইটী, এই বিষয়ে কি ঘটিব, তাক যেতিয়ালৈকে নেজানা, তেতিয়ালৈকে বহি থাকা; কিয়নো সেই পুরুষে আজি এই কার্য্য নিষ্পত্তি নকরাকৈ নেথাকিব।

**৪** পাছে বোৱজে নগরর দুৱারলৈ উঠি গৈ তাতে বহিল; এনেতে দেখা, যি ওচর-সম্বন্ধীয়া মুক্তিকর্ত্তার কথা তেওঁ কৈছিল, সেই মানুহ বাটেদি আহিছিল; তাতে বোৱজে তেওঁক মাতি কলে, হেরা আমুকা, এই পোনে আহি বহাছোন; তাতে তেওঁ বাটর পরা আহি বহিল। [২] তেতিয়া বোৱজে নগরর বৃদ্ধবিলাকর মাজর দহ জন্‌মানক মাতি আনি কলে, তোমালোকেও এই ঠাইতে বহা; তাতে সিবিলাকো বহিল। [৩] তেতিয়া বোৱজে সেই ওচর-সম্বন্ধীয়াক কলে, আমার ভাই ইলীমেলকর যি মাটিডোখর আছিল, তাক মোৱাব দেশর পরা উলটি অহা নয়মীয়ে বেচিছে; [৪] এই হেতুকে ময় তোমাক এই কথা জনাবলৈ মন করিলোঁ, যে, এই বহি থকাবিলাকর আগত আরু আপোন জাতিবিলাকর বৃদ্ধসকলর আগত তুমি তাক কিনা; তুমি যদি মুক্ত করা, তেন্তে করা; কিন্তু যদি নকরা, তেন্তে মোক কোৱা, ময় জানিব খোজোঁ; কিয়নো মুক্ত করিবলৈ তোমাতকৈ ওচর-সম্বন্ধীয়া কোনো নাই, কিন্তু তোমার পাছে ময়েই করিব পারোঁ। তাতে তেওঁ কলে, ময় মুক্ত করিম। [৫] তেতিয়া বোৱজে কলে, তুমি যি দিনা নয়মীর হাতর পরা মাটিডোখর কিনিবা, সেই দিনা, মৃত লোকর অধিকারত তার নাম রাখিবর অর্থে তার তিরুতা মোৱাবীয়া রূথর পরাও তাক কিনিব লাগিব। [৬] তাতে সেই ওচর-সম্বন্ধীয়া জনে কলে, তেনে হলে ময় নিজর নিমিত্তে তাক মুক্ত করিব নোৱারোঁ; করিলে মোর নিজ অধিকার হানি করিম; ময় মুক্ত করিব লগীয়াক তুমিয়েই মুক্ত করা, কিয়নো ময় মুক্ত করিব নোৱারোঁ। [৭] মুক্ত করা আরু সলোৱার বিষয়ে, সকলো কথা স্থির করিবলৈ আগর কালত ইস্রায়েলর মাজত এই রূপ রীতি চলিছিল, যে, এজনে আপোনার জোতা সোলোকাই আন জনক দিয়ে, সেয়েই ইস্রায়েলর মাজত সাক্ষীস্বরূপ আছিল। [৮] এই হেতুকে সেই ওচর-সম্বন্ধীয়া মুক্তিকর্ত্তাই তুমি নিজে তাক কিনা বুলি বোৱজক কৈ, আপোনার জোতা সোলোকাই দিলে। [৯] পাছে বোৱজে বৃদ্ধবিলাক আরু আটাই লোকবিলাকক কলে, ইলীমেলকর যি যি আছিল, আরু কিলিয়োন ও মহলোনর যি যি আছিল, সেই সকলোকে ময় নয়মীর হাতর পরা কিনিলোঁ; আজি তোমালোক ইয়ার সাক্ষী হলা। [১০] আরু আপোনার ভাইবিলাকর মাজর পরা, আপুনি বসতি করা ঠাইর দুৱারর পরা সেই মৃত লোকর নাম যেন লুপ্ত নহয়, এই নিমিত্তে সেই মৃত লোকর অধিকারত তার নাম রাখিবর অর্থে ময় আপোন ভার্য্যাস্বরূপে মহলোনর ভার্য্যা মোৱাবীয়া রূথকো কিনিলোঁ; আজি তোমালোক সকলোৱে সাক্ষী হলা। [১১] তাতে দুৱারত থকা সকলো লোক আরু বৃদ্ধবিলাকে কলে, আমি সাক্ষী হলোঁ; যি তিরুতা তোমার বংশত সোমাল, যিহোৱাই তাইক ইস্রায়েলর বংশ স্থাপন করা যি রাহেল আরু লেয়া, সিবিলাক দুজনীর নিচিনা করোক, আরু ইফ্রাথাত তোমার পরাক্রম, আরু বৈৎ-লেহমত তোমার সুখ্যাতি হওক; [১২] যিহোৱাই সেই যুবতীর গর্ভর পরা তোমাক যি সন্তান দিব, তার দ্বারায়, তামরর গর্ভত যিহুদালৈ জন্মা পেরচর বংশর দরে তোমার বংশ হওক। [১৩] পাছে বোৱজে রূথক বিয়া করিলত, রূথ তেওঁর ভার্য্যা হল; আরু বোৱজে তেওঁত গমন করিলত, তেওঁ যিহোৱার পরা গর্ভধারণর শক্তি পাই এটী পুত্র প্রসব করিলে। [১৪] পাছে তিরুতাবিলাকে নয়মীক কলে, ধন্য যিহোৱা, তেওঁ আজি তোমার মুক্তিকর্ত্তা ওচর-সম্বন্ধীয়া নাইকিয়া করি রখা নাই; ইয়ার নামো ইস্রায়েলর মাজত প্রখ্যাত হওক; [১৫] ই তোমার প্রাণর শান্তিদাতা, আরু বৃদ্ধ অবস্থাত তোমার

প্ৰতিপালক হব; কিয়নো তোমাক প্ৰেম কৰোঁতা, আৰু সাত জন পুত্ৰতকৈয়ো উত্তম হওঁতা তোমাৰ বোৱাৰীয়েৰাই ইয়াক প্ৰসব কৰিলে। [16] তেতিয়া, নয়মীয়ে লৰাটীক আপোনাৰ কোলাত ললে, আৰু তেওঁ তাৰ ধাই মাতৃস্বৰূপ হল। [17] পাছে নয়মীৰ এটী পুত্ৰ জন্মিল, এই বুলি তেওঁৰ ওচৰ-চুবুৰীয়া তিৰুতাবিলাকে তাৰ নাম থলে; সিবিলাকে তাৰ নাম ওবেদ থলে। তেওঁ দায়ূদৰ ককাক, অৰ্থাৎ যিচয়ৰ বাপেক।

[18] পেৰচৰ বংশাবলি। পেৰচৰ পুতেক হিষ্ৰোণ, [19] হিষ্ৰোণৰ পুতেক ৰাম, ৰামৰ পুতেক অম্মীনাদব, [20] অম্মীনাদবৰ পুতেক নহচোন, নহচোনৰ পুতেক চল্‌মোন, [21] চল্‌মোনৰ পুতেক বোৱজ, বোৱজৰ পুতেক ওবেদ, [22] ওবেদৰ পুতেক যিচয়, যিচয়ৰ পুতেক দায়ূদ।

# চমূৱেলৰ প্ৰথম পুস্তক

চমূৱেলৰ জন্ম, আৰু তেওঁক উৎসৰ্গ কৰা।
হান্নাৰ গীত।

**১** ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলৰ ৰামাথয়িম-চোফীম-নিবাসী ইল্‌কানা নামেৰে এজন ইফ্ৰয়িমীয়া মানুহ আছিল; তেওঁ চূফৰ বৃদ্ধ পৰিনাতি, তহুৰ পৰিনাতি, ইলীহূৰ নাতি, যিৰোহমৰ পুতেক। [2] তেওঁৰ দুজনী তিৰুতা আছিল; এজনীৰ নাম হান্না, আন জনীৰ নাম পিনিন্না। পিনিন্নাৰ সন্তান আছিল, কিন্তু হান্না নিঃসন্তান আছিল। [3] সেই লোকে চীলোত বাহিনীবিলাকৰ যিহোৱাৰ আগত প্ৰণিপাত আৰু বলিদান কৰিবলৈ বছৰে বছৰে আপোন নগৰৰ পৰা যায়। সেই ঠাইত এলীৰ দুজন পুতেক হফ্‌নী আৰু পীনহচ যিহোৱাৰ পুৰোহিত আছিল। [4] যজ্ঞ কৰা দিনা ইল্‌কানাই আপোন তিৰুতা পিনিন্নাক আৰু তাইৰ আটাই পুতেক-জীয়েককো এভাগ এভাগ দিয়ে; [5] কিন্তু হান্নাক দুভাগ দিয়ে; কিয়নো যিহোৱাই হান্নাৰ গৰ্ভ বন্ধ কৰিলেও, তেওঁ হান্নাক প্ৰেম কৰিছিল। [6] কিন্তু যিহোৱাই হান্নাৰ গৰ্ভ বন্ধ কৰাত, সতিনীয়েকে তেওঁৰ মনত অসন্তোষ জন্মাবলৈ তেওঁক বেজাৰ দিছিল। [7] যিহোৱাৰ গৃহলৈ হান্না যিমানবাৰ যায়, তেওঁৰ স্বামীয়ে সিমানবাৰ তেওঁলৈ সেই ৰূপে বছৰে বছৰে কৰে, আৰু পিনিন্নায়ো সেই দৰে তেওঁক বেজাৰ দিয়ে; এই হেতুকে তেওঁ ভোজন নকৰি কান্দি কান্দি থাকে। [8] তাতে তেওঁৰ স্বামী ইল্‌কানাই কয়, হান্না, তুমি কিয় কান্দিছা? ভোজন নকৰা কিয়? তোমাৰ মনত অসন্তোষ কিয়? তোমাৰ আগত ময় দুই পুত্ৰতকৈয়ো উত্তম নহওঁ নে? [9] এদিন সিবিলাকে চীলোত ভোজন-পান কৰি এঁটালত, হান্না উঠি থিয় হল; সেই সময়ত যিহোৱাৰ মন্দিৰৰ দুৱাৰৰ খুঁটাৰ ওচৰত এলী পুৰোহিত আপোন আসনৰ ওপৰত বহি আছিল। [10] তেতিয়া হান্নাই মনৰ বেজাৰেৰে যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি বহুৎ ক্ৰন্দন কৰিলে। [11] আৰু তেওঁ সঙ্কল্প কৰি কলে, হে বাহিনীবিলাকৰ যিহোৱা, তুমি যদি আপোন বেটীৰ দুঃখলৈ দৃষ্টি কৰি মোক সোঁৱৰণ কৰা, আৰু আপোন বেটীক নেপাহৰি এটী পুত্ৰ-সন্তান দিয়া, তেন্তে ময়ো সি জীয়াই থাকেমানে যিহোৱাৰ উদ্দেশে তাক দিম; আৰু তাৰ মুৰত ক্ষুৰ লগোৱা নহব। [12] হান্নাই যিহোৱাৰ সাক্ষাতে দীঘল প্ৰাৰ্থনা কৰোঁতে, এলীয়ে তেওঁৰ মুখলৈ চাই আছিল। [13] হান্নাই মনে মনে কথা কৈছিল; কেবল তেওঁৰ ওঁঠ লৰিছিল, কিন্তু তাৰ শবদ শুনা নগল; [14] এই হেতুকে এলীয়ে তেওঁক মত্তলীয়া যেন ভাবি কলে, তুমি কিমান পৰলৈ মত্তলীয়া হৈ থাকিবা? তোমাৰ দ্ৰাক্ষাৰস তোমাৰ পৰা দূৰ কৰা। [15] তাতে হান্নাই উত্তৰ দি কলে, হে মোৰ প্ৰভো, তেনে নহয়, ময় দুঃখিনী তিৰুতা; দ্ৰাক্ষাৰস কি সুৰা ময় পান কৰা নাই,

কিন্তু যিহোৱাৰ আগত মোৰ মনৰ কথা ভাঙি কৈছোঁ। [১৬] আপোনাৰ এই বেটীক আপুনি দুষ্ট তিৰুতা বুলি নেভাবিব ; কিয়নো, মোৰ মনৰ বহুৎ বেজাৰ আৰু অসন্তোষৰ কাৰণেহে ময় ইমান কাললৈ কথা কৈছোঁ। [১৭] তাতে এলীয়ে উত্তৰ দি কলে, তুমি কুশলে যোৱা ; ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ আগত তুমি যিহৰ অৰ্থে প্ৰাৰ্থনা কৰিলা, তাক তেওঁ তোমাক দিওক। [১৮] পাছে তেওঁ কলে, আপোনাৰ দৃষ্টিত আপোনাৰ এই বেটী অনুগ্ৰহপ্ৰাপ্ত হওক। তেতিয়া সেই তিৰুতাই আপোন বাটে গুচি গৈ ভোজন কৰিলে ; তেওঁৰ মুখ আৰু বিবৰ্ণ নহল। [১৯] পাছে সিবিলাকে পুৱাতে উঠি যিহোৱাৰ আগত প্ৰণিপাত কৰি ৰামালৈ আপোন ঘৰলৈ উভটি আহিল ; তাৰ পাছে ইল্‌কানাই আপোন ভাৰ্য্যা হান্নাৰ পৰিচয় ললত, যিহোৱাই তেওঁক সুঁৱৰিলে ; [২০] তাতে হান্নাই গৰ্ভধাৰণ কৰি, কাল সম্পূৰ্ণ হলত, এটী পুত্ৰ প্ৰসৱ কৰিলে ; আৰু ময় যিহোৱাৰ পৰা ইয়াক খুজি ললোঁ, এই বুলি তাৰ নাম চমূৱেল ৰাখিলে। [২১] পাছে সেই মানুহ ইল্‌কানা আৰু তেওঁৰ আটাই পৰিয়ালে যিহোৱাৰ উদ্দেশে বাৰ্ষিক বলিদান কৰিবলৈ আৰু আপোনাৰ সঙ্কল্প সিদ্ধ কৰিবলৈ গল। [২২] কিন্তু হান্না হলে নগল ; কিয়নো তেওঁ আপোন স্বামীক কলে, লৰাটীয়ে পিয়াহ এৰিলেহে ময় যাম, সি যিহোৱাৰ আগত উপস্থিত হৈ সদায় তাত থাকিবৰ নিমিত্তে, ময় তেতিয়াহে তাক লৈ যাম। [২৩] তেতিয়া তেওঁৰ স্বামী ইল্‌কানাই তেওঁক কলে, তুমি যি ভাল দেখিছা, তাকে কৰা ; তুমি তাক পিয়াহ নেৰুৱালৈকে পলম কৰি থাকা, যিহোৱাই মাথোন আপোন বাক্য সাফল কৰোক। তাতে লৰাটীক পিয়াহ নেৰুৱালৈকে সেই তিৰুতাই ঘৰত থাকি, তাক পিয়াহ খুৱালে ; [২৪] পাছে তেওঁ তাক পিয়াহ এৰুৱালত, তেওঁ তিনটা ভতৰা, এক ঐফা আটাগুড়ি, আৰু এক মোট দ্ৰাক্ষাৰসে সৈতে তাক চীলোলৈ যিহোৱাৰ গৃহলৈ লৈ গল। তেতিয়া লৰাটী অলপ বয়সীয়া আছিল। [২৫] পাছে সিবিলাকে ভতৰা গৰুটো মাৰি, লৰাটীক এলীৰ ওচৰলৈ নিলে। [২৬] আৰু হান্নাই কলে, হে মোৰ প্ৰভো, শুনোক, ময় আপোনাৰ আগত শপথ কৰি কৈছোঁ, হে মোৰ প্ৰভো, যি তিৰুতাই যিহোৱাৰ উদ্দেশে প্ৰাৰ্থনা কৰি কৰি এই ঠাইত আপোনাৰ আগত থিয় হৈ আছিল, ময়েই সেই তিৰুতা ; [২৭] এই লৰাৰ নিমিত্তেই ময় প্ৰাৰ্থনা কৰিছিলোঁ ; আৰু যিহোৱাৰ আগত ময় যি খুজিছিলোঁ, তাকে তেওঁ মোক দিলে। [২৮] এতেকে ময়ো ইয়াক যিহোৱাক দিলোঁ ; ই জীয়াই থকালৈকে যিহোৱাক দিয়া হল। আৰু ইল্‌কানাই সেই ঠাইত যিহোৱাৰ আগত প্ৰণিপাত কৰিলে।

**২** পাছে হান্নাই প্ৰাৰ্থনা কৰি কলে,
মোৰ মনে যিহোৱাত আনন্দ কৰিছে ;
যিহোৱাত মোৰ শিঙ্গ ওখ হৈছে :
শত্ৰুবোৰৰ আগত মোৰ মুখ বহল্‌কৈ মেলা হল ;
কিয়নো ময় তোমাৰ পৰিত্ৰাণত আনন্দ কৰিছোঁ।
[২] যিহোৱাৰ নিচিনা পবিত্ৰ কোনো নাই ;
কিয়নো তোমাৰ বাহিৰে আৰু কোনো নাই ;
আৰু আমাৰ ঈশ্বৰৰ সদৃশ কোনো শিলা নাই।
[৩] তোমালোকে ইমান অহঙ্কাৰৰ কথা আৰু নকবা ;
তোমালোকৰ মুখৰ পৰা দৰ্পৰ কথা নোলাওক ;
কিয়নো যিহোৱা সকলোকে জানোতা ঈশ্বৰ,
আৰু তেওঁৰ দ্বাৰায় কাৰ্য্যবোৰ তৰ্জুত জোখা হয়।
[৪] বীৰবিলাকৰ ধনু ভঙ্গা হল,
আৰু বলৰূপ টঙালিৰে উজুটি খোৱাবিলাকৰ কঁকাল বন্ধা হল।
[৫] তৃপ্ত হোৱাবিলাকে আহাৰৰ নিমিত্তে বেচলৈ কাম কৰিব লগা হল ;
ভোকত থকাবিলাকে বিশ্ৰাম পালে,
এনে কি, বাঁজী তিৰুতাই সাতোটা প্ৰসৱ কৰিলে,
আৰু অধিক সন্তান থকা জনী ক্ষীণ হৈ গল।
[৬] যিহোৱাই মাৰে আৰু জীয়ায় ;
তেওঁ চিয়োললৈ নমায় আৰু পুনৰায় তোলে ;
[৭] যিহোৱাই দৰিদ্ৰ কৰে আৰু ধনী কৰে ;

তেওঁ চাপর করে আরু ওখও করে।
[৮] অধিপতিবিলাকর লগত বহুৱাবলৈ,
আরু প্রতাপী সিংহাসন অধিকার করিবলৈ,
তেওঁ ধূলির পরা কঙ্গালক তোলে, আরু
গোবরর দ'মর পরা দরিদ্রক উঠায় ;
কিয়নো পৃথিবীর স্তম্ভবোর যিহোৱারেই ;
তেওঁ তার ওপরত জগতখন স্থাপন করিলে।
[৯] তেওঁ আপোন সাধু লোকবিলাকর চরণ
রক্ষা করিব ;
কিন্তু দুষ্টবোরক আন্ধারত অবাক করা হব ;
কিয়নো কোনো মানুহে বলেরে জিকিব
নোৱারিব।
[১০] যিহোৱার লগত বিবাদ করাবিলাকক খণ্ড
খণ্ড করা হব ;
তেওঁ স্বর্গত সিহঁতর অহিতে গর্জ্জন করিব।
যিহোৱাই পৃথিবীর অন্তলৈকে বিচার
করিব ;
তেৱেঁই আপোন রজাক বল দিব,
আরু আপোন অভিষিক্ত জনর শিঙ্গ ওখ
করিব।

[১১] তার পাছে ইল্কানা রামালৈ আপোন ঘরলৈ গল, কিন্তু লরাটীয়ে এলী পুরোহিতর আগত যিহোৱার পরিচর্য্যা করিবলৈ ধরিলে।

এলীর পুতেকবিলাকর দুষ্টতা আরু তার ফল।

[১২] এলীর পুতেক দুজন দুষ্ট আছিল ; সিহঁতে যিহোৱাক নেজানিছিল। [১৩] পুরোহিতবিলাকে লোকবিলাকর লগত এই রূপ ব্যৱহার করিছিল, যে, যেতিয়া কোনো মানুহে বলিদান করে, তেতিয়া, মঙহ সিজাওঁতে, পুরোহিতর দাসে এডাল ত্রিশূল হাতত লৈ আহি, [১৪] লুহিয়াত, বা কেরাহিত, বা টৌত, বা জঁকাত তাক মারি দিয়ে ; তাতে সেই ত্রিশূলত যি লাগি আহে, সেই সকলোকে পুরোহিতে সেই ত্রিশূলডালে সৈতে লৈ যায়। ইস্রায়েলর যিমান লোক চীলোলৈ আহে, সেই সকলোলৈকে সিহঁতে সেই রূপ ব্যৱহার করে। [১৫] তাত বাজে, তেল নৌ পোরোঁতেই, পুরোহিতর দাসে আহি বলিদান অনা জনক কয়, খরিকাত দিবলৈ পুরোহিতক মঙহ দিয়া ; কিয়নো তেওঁ তোমার পরা সিজোৱা মঙহ নলয়, কেঁচা লব। [১৬] তাতে সেই মানুহে যদি তাক কয়, তেল অৱশ্যে এতিয়াই পোরা যাব, পোরা হলে তোমার মনর ইচ্ছার দরে যিমান লাগে সিমান লবা, তেতিয়া সি উত্তর দি কয়, নহয়, এতিয়াই দে, নিদিলে বলেরে লম। [১৭] ইয়াতে যিহোৱার সাক্ষাতে সেই ডেকাহঁতর পাপ অতিশয় অধিক হল, কিয়নো সেই মানুহবিলাকে যিহোৱার নৈবেদ্য হেয়জ্ঞান করিছিল।

[১৮] সেই কালত চমূৱেল লরাই এখন শণ সূতার একোদ বস্ত্র পিন্ধি যিহোৱার পরিচর্য্যা করিছিল। [১৯] তাতে বাজে তেওঁর মাকে তেওঁর নিমিত্তে এটী এটী সরু জামা যুগুত করি, আপোন স্বামীর লগত বছরেকীয়া বলিদান উৎসর্গ করিবলৈ যোৱা কালত বছরে বছরে নি তেওঁক দিছিল। [২০] পাছে এলীয়ে ইল্কানাক আরু তেওঁর ভার্য্যাকো আশীর্ব্বাদ করি কলে, খুজি লৈ যিহোৱাক দিয়া এই লরার সলনি যিহোৱাই তোমাক এই তিরুতার পরা আরু সন্তান দিওক ; তেতিয়া সিবিলাক আপোন ঠাইলৈ গল। [২১] পাছে যিহোৱাই হান্নালৈ কৃপা করিলত, তেওঁ গর্ভ্ভৱতী হৈ কালক্রমে তিন্টা লরা আরু দুজনী ছোৱালী প্রসব করিলে। ইয়ার ভিতরতে চমূৱেল লরা যিহোৱার সাক্ষাতে বাঢ়ি গল।

[২২] এলী বয়সত অতিশয় বৃদ্ধ আছিল : গোটেই ইস্রায়েললৈ করা আপোনার পুতেকহঁতর কুব্যৱহারর কথা, আরু সাক্ষাৎ করা তাম্বুর দুৱার-মুখত পরিচর্য্যা করা তিরুতাবোরর লগত শয়ন করার কথাও শুনি, [২৩] তেওঁ সিহঁতক কলে, তহঁতে এনে কর্ম্ম কিয় করিছহঁক ? কিয়নো এই আটাই মানুহর মুখেময় তহঁতর কুকর্ম্মর কথা শুনিছোঁ। [২৪] হে মোর বোপাহঁত, নহয় নহয়, তেনে নকরিবা ; কিয়নো ময় যি কথা শুনিছোঁ, সেয়ে ভাল নহয় ; তোমালোকে যিহোৱার লোকবিলাকক আজ্ঞা লঙ্ঘন করাইছাহঁক। [২৫] কোনো এজন মানুহে যদি আন মানুহর অহিতে দোষ করে, তেন্তে ঈশ্বরে তার বিচার করিব ; কিন্তু কোনোৱে যদি যিহোৱার বিরুদ্ধে পাপ করে, তেন্তে তার পক্ষে কোনে অনুরোধ করিব ? তথাপি সিহঁতে আপোন বাপেকর কথালৈ মন নকরিলে ; কিয়নো যিহোৱাই সিহঁতক মারিবলৈ ইচ্ছা করিলে। [২৬] কিন্তু চমূৱেল লরা ক্রমে ক্রমে

বাঢ়ি গৈ, যিহোৱাৰ আৰু মানুহৰ সাক্ষাতেও অনুগ্ৰহপ্ৰাপ্ত হল।

২৭ পাছে ঈশ্বৰৰ এজন লোকে এলীৰ ওচৰলৈ আহি তেওঁক কলে, যিহোৱাই এই কথা কৈছে, যি কালত তোমাৰ পিতৃৰ বংশ মিচৰত ফৰৌণৰ বংশৰ অধীনে আছিল, তেতিয়া মই সিবিলাকক দৰ্শন নিদিলোঁ নে? ২৮ আৰু মোৰ পুৰোহিত হবলৈ, মোৰ যজ্ঞবেদিৰ ওপৰত উঠিবলৈ, ধূপ জ্বলাবলৈ, আৰু মোৰ সাক্ষাতে একোদ বস্ত্ৰ পিন্ধিবলৈ, ইস্ৰায়েলৰ আটাই ফৈদৰ পৰা মই তেওঁক মনোনীত নকৰিলোঁ নে? আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ অগ্নিকৃত উপহাৰ তোমাৰ পিতৃৰ বংশক নিদিলোঁ নে? ২৯ এই হেতুকে, মই আপোন নিবাসৰ ঠাইত আজ্ঞা কৰা মোৰ বলি আৰু নৈবেদ্যৰ ওপৰত তোমালোকে কিয় গোৰ মাৰিছা? আৰু মোৰ প্ৰজা ইস্ৰায়েল লোকবিলাকৰ সকলো উপহাৰৰ আগ ভাগৰ দ্বাৰায় যিহতে তোমালোক হৃষ্টপুষ্ট হোৱা, এই আশয়েৰে তুমি মোতকৈ কিয় আপোন পোঁইতক অধিক আদৰ কৰিছা? ৩০ এই হেতুকে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই কৈছে, তোমাৰ বংশই আৰু তোমাৰ পিতৃৰ বংশই মোৰ আগত সদায় অহা-যোৱা কৰিব, এই বুলি মই নিশ্চয়ে কৈছিলোঁ; কিন্তু এতিয়া যিহোৱাই কৈছে, সেয়ে মোৰ পৰা দূৰ হওক; কিয়নো মোক মৰ্য্যাদা কৰোঁতাবিলাকক মই মৰ্য্যাদা কৰিম, কিন্তু মোক তুচ্ছ কৰোঁতাবিলাকক হেয়জ্ঞান কৰা হব। ৩১ দেখা, মই যি কালত তোমাৰ বাহু আৰু তোমাৰ পিতৃৰ বংশৰ বাহু, তোমাৰ বংশত এজনো বৃদ্ধ লোক নথকাকৈ ছেদন কৰিম, এনে কাল আহিছে। ৩২ তাতে, ঈশ্বৰে ইস্ৰায়েলক দিয়া সকলো মঙ্গলৰ মাজত তুমি মোৰ এই আবাসৰ দুৰ্গতি দেখিবা; আৰু তোমাৰ বংশত কেতিয়াও কোনো বুঢ়া নহব। ৩৩ আৰু মই আপোন যজ্ঞবেদিৰ পৰা তোমাৰ যি মানুহক ছেদন নকৰিম, সি তোমাৰ চকু দুৰ্ব্বল কৰিবলৈ আৰু তোমাৰ মনত বেজাৰ জন্মাবলৈহে থাকিব; আৰু তোমাৰ বংশত উৎপন্ন হোৱা সকলো লোক যৌবন অৱস্থাতে মৰিব। ৩৪ হফ্নী আৰু পীনহচ তোমাৰ এই দুজন পুত্ৰলৈ যি ঘটিব, সেয়ে তোমালৈ এক চিন হব; সিহঁত দুয়ো একে দিনাই মৰিব। ৩৫ আৰু মই নিজৰ নিমিত্তে এজন বিশ্বাসী পুৰোহিত উৎপন্ন কৰিম; তেওঁ মোৰ মনৰ আৰু মোৰ ইচ্ছাৰ দৰে কাৰ্য্য কৰিব; আৰু মই তেওঁৰ এক চিৰস্থায়ী বংশ স্থাপন কৰিম; তেওঁ সদায় মোৰ অভিষিক্ত জনৰ সন্মুখত অহা-যোৱা কৰিব। ৩৬ আৰু তোমাৰ বংশৰ মাজৰ অৱশিষ্ট থকা প্ৰতিজনে আহি এডোখৰ ৰূপ আৰু এটা পিঠাৰ নিমিত্তে তেওঁৰ আগত প্ৰণিপাত কৰি কব, বিনয় কৰোঁ, মই যিহতে এডোখৰ পিঠা খাবলৈ পাম, তাৰ নিমিত্তে পুৰোহিত-পদৰ কোনো এক ঠাইত মোক সুমুৱাই লওক।

ভাববাদী হবলৈ চমূৱেলক আমন্ত্ৰণ কৰা।

৩ ইয়াৰ ভিতৰতে চমূৱেল লৰাই এলীৰ সাক্ষাতে যিহোৱাৰ পৰিচৰ্য্যা কৰি আছিল। আৰু সেই কালত যিহোৱাৰ বাক্য দুৰ্লভ আছিল, দৰ্শন যেতিয়াই তেতিয়াই নহৈছিল। ২ আৰু সেই কালত এলীৰ চকু দুৰ্ব্বল হোৱাত, তেওঁ মনিব নোৱাৰিছিল; এদিন এলীয়ে আপোন ঠাইত শুই আছিল, ৩ আৰু ঈশ্বৰীয় চন্দুক থকা যিহোৱাৰ মন্দিৰৰ মাজত, ঈশ্বৰীয় প্ৰদীপ নুমুউৱাৰ পূৰ্ব্বে চমূৱেল শুই আছে, ৪ এনেতে যিহোৱাই চমূৱেলক মাতিলে; তাতে তেওঁ উত্তৰ কৰিলে, মই আছোঁ। ৫ পাছে তেওঁ এলীৰ ওচৰলৈ লৰি গৈ কলে, মই উপস্থিত আছোঁ; কিয়নো আপুনি মোক মাতিলে। তাতে তেওঁ কলে, মই মতা নাই; তুমি ঘূৰি শোৱাগৈ; তাতে তেওঁ গৈ শুই থাকিল। ৬ পাছে যিহোৱাই পুনৰায় মাতিলে, হে চমূৱেল; তাতে চমূৱেলে উঠি এলীৰ ওচৰলৈ গৈ কলে, মই উপস্থিত আছোঁ; কিয়নো আপুনি মোক মাতিলে; তেওঁ কলে, বোপা, মই মতা নাই; তুমি উলটি গৈ শোৱাগৈ। ৭ সেই সময়ত চমূৱেলে যিহোৱাৰ পৰিচয় পোৱা নাছিল, আৰু তেওঁলৈ যিহোৱাৰ বাক্যও প্ৰকাশিত হোৱা নাছিল। ৮ পাছে যিহোৱাই তৃতীয়বাৰ চমূৱেলক মাতিলে। তাতে তেওঁ উঠি এলীৰ ওচৰলৈ গৈ কলে, মই উপস্থিত আছোঁ; কিয়নো আপুনি মোক মাতিলে। ৯ তেতিয়া, যিহোৱাই যে সেই লৰাক মাতিছে, ইয়াকে এলীয়ে বুজি চমূৱেলক কলে, তুমি গৈ শুই থাকা; যদি তেওঁ তোমাক মাতে, তেন্তে

কৰা, হে যিহোৱা, কওক, কিয়নো আপোনাৰ দাসে শুনিছে। তাতে চমূৱেল গৈ আপোন ঠাইত শুই থাকিল। ১০ পাছে যিহোৱাই আহি থিয় হৈ, আগৰ দৰে মাতি কলে, চমূৱেল, চমূৱেল। তাতে চমূৱেলে উত্তৰ কৰিলে, কওক, কিয়নো আপোনাৰ দাসে শুনিছে। ১১ তেতিয়া যিহোৱাই চমূৱেলক কলে, দেখা, ময় ইস্রায়েলৰ মাজত এক কৰ্ম্ম কৰিম; তাক যেয়ে যেয়ে শুনিব, সেই আটাইৰে নোম শিয়ৰি উঠিব। ১২ ময় এলীৰ অহিতে তেওঁৰ বংশৰ বিষয়ে যি যি কৈছিলোঁ, সেই সকলোকে প্ৰথমৰে পৰা শেষলৈকে সেই দিনা সিদ্ধ কৰিম। ১৩ কিয়নো ময় তেওঁক কলোঁ, তেওঁ জনা অপৰাধৰ নিমিত্তে ময় সদাকাললৈকে তেওঁৰ বংশক দণ্ড দিম; কাৰণ তেওঁৰ পুতেকহঁতে আপোনাবিলাকক শাপগ্ৰস্ত কৰিছে, তথাপি তেওঁ সিহঁতক ক্ষান্ত কৰা নাই। ১৪ এতেকে এলীৰ বংশলৈ ময় এই শপথ কৰিলোঁ, যে, এলীৰ বংশৰ যি অপৰাধ, তাক বলিদান কি নৈবেদ্যৰ দ্বাৰায় কেতিয়াও মোচন কৰা নহব। ১৫ পাছে চমূৱেল ৰাতিপুৱালৈকে শুই থাকিল; পাছত তেওঁ যিহোৱাৰ গৃহৰ দুৱাৰবোৰ মেলিলে, কিন্তু এলীৰ আগত সেই দৰ্শনৰ কথা জনাবলৈ ভয় কৰিলে। ১৬ পাছে এলীয়ে চমূৱেলক মাতি কলে, বোপা চমূৱেল। তেওঁ কলে, ময় আছোঁ। ১৭ তেতিয়া এলীয়ে সুধিলে, যিহোৱাই তোমাক কি কথা কলে? ময় বিনয় কৰোঁ, তুমি মোৰ পৰা তাক নুলুকুৱাবা; ঈশ্বৰে তোমাক যি যি কথা কলে, তাৰ কোনো কথা যদি মোৰ পৰা গুপুতে ৰাখা, তেন্তে তেওঁ তোমাক অমুক আৰু তাত্‌কৈয়ো অধিক দণ্ড দিওক। ১৮ তেতিয়া চমূৱেলে তেওঁৰ আগত সেই সকলোকে কলে, তেওঁৰ পৰা এটী কথাও গুপুতে নেৰাখিলে; তাতে এলীয়ে কলে, তেওঁ যিহোৱা; তেওঁৰ দৃষ্টিত যি ভাল, তাকেই কৰোক। ১৯ পাছে, চমূৱেল ডাঙৰ হলত, যিহোৱা তেওঁৰ লগত থাকিল, আৰু তেওঁৰ এটী কথাকো বিথলে যাব নিদিলে। ২০ তাতে, চমূৱেল যে যিহোৱাৰ ভাববাদী হবৰ অৰ্থে বিশ্বাসৰ পাত্ৰ হৈছে, তাক দানৰে পৰা বেৰ-চেবালৈকে গোটেই ইস্রায়েলে জানিলে। ২১ আৰু যিহোৱাই আকৌ চীলোত দৰ্শন দিলে; কিয়নো যিহোৱাই চীলোত চমূৱেলৰ আগত যিহোৱাৰ বাক্যৰ দ্বাৰায় আপোনাকে প্ৰকাশ কৰিছিল।

**৪** আৰু গোটেই ইস্রায়েলৰ ওচৰলৈ চমূৱেলৰ বাক্য আহিছিল।

নিয়ম-চন্দুক শত্ৰুৰ হাতত পৰা। এলী আৰু তেওঁৰ পুতেকহঁতৰ মৰণ।

পাছে ইস্রায়েলে যুদ্ধৰ অৰ্থে পলেষ্টীয়াবিলাকৰ অহিতে ওলাই গৈ এবন-এজৰৰ ওচৰত ছাউনি পাতিলে, আৰু পলেষ্টীয়াবিলাকে অফেকত ছাউনি পাতিলে। ২ পাছে পলেষ্টীয়াবিলাকে ইস্রায়েলৰ বিৰুদ্ধে সৈন্যৰ বেহু পাতিলে; আৰু যুদ্ধ লাগিলত, পলেষ্টীয়াবিলাকৰ আগত ইস্রায়েল ঘাটিল; সিহঁতে সেই যুদ্ধক্ষেত্ৰত সৈন্যসমূহৰ প্ৰায় চাৰি হাজাৰ লোকক বধ কৰিলে। ৩ পাছে লোকবিলাক ছাউনিলৈ আহিলত, ইস্রায়েলৰ বৃদ্ধ লোকবিলাকে কলে, যিহোৱাই পলেষ্টীয়াবিলাকৰ আগত আমাক আজি কিয় ঘটুৱালে? যিহোৱাৰ নিয়ম-চন্দুক আমাৰ মাজলৈ আহি, শত্ৰুবোৰৰ হাতৰ পৰা যেন আমাক নিস্তাৰ কৰিব, এই নিমিত্তে আহাঁ, আমি চীলোৰ পৰা তাক অনাওঁ। ৪ তাতে লোকবিলাকে চীলোলৈ দূত পঠাই, কৰূব দুটাৰ মাজত বসতি কৰা বাহিনীবিলাকৰ যিহোৱাৰ নিয়ম-চন্দুক অনালে; তেতিয়া এলীৰ দুজন পুতেক হফ্‌নী আৰু পীনহচ সেই ঠাইত যিহোৱাৰ নিয়ম-চন্দুকৰ লগত আছিল। ৫ পাছে যিহোৱাৰ নিয়ম-চন্দুক ছাউনিলৈ আহিলত, গোটেই ইস্রায়েলে এনে মহাধ্বনি কৰিলে, যে, পৃথিবীও কঁপিবলৈ ধৰিলে। ৬ তেতিয়া পলেষ্টীয়াবিলাকে সেই ধ্বনিৰ শবদ শুনি সুধিলে, ইব্ৰীয়াহঁতৰ ছাউনিত সেই মহাধ্বনিৰ শবদ কিয় হৈছে? ৭ পাছে যিহোৱাৰ নিয়ম-চন্দুক ছাউনিলৈ আহিছে বুলি বুজি, পলেষ্টীয়াবিলাকৰ ভয় লাগিল; কিয়নো সিহঁতে কলে, ছাউনিলৈ ঈশ্বৰ আহিছে। সিহঁতে আৰু কলে, আমাৰ সন্তাপ হব; কিয়নো ইয়াৰ পূৰ্ব্বে কেতিয়াও এনে হোৱা নাই। ৮ আমাৰ সন্তাপ হব; সেই পৰাক্ৰমী দেৱতাবিলাকৰ হাতৰ পৰা আমাক কোনে ৰক্ষা কৰিব? যি দেৱতাবিলাকে অৰণ্যৰ মাজত সকলো প্ৰকাৰ আঘাতেৰে মিচৰীয়াবিলাকক আঘাত কৰিলে, এই

বিলাকেই সেই দেৱতা। [৯]ইব্ৰীয়াইঁত যেনেকৈ তোমালোকৰ অধীন আছিল, তেনেকৈ তোমালোক সিইঁতৰ অধীন যেন নহবা, এই নিমিত্তে হে পলেষ্টীয়াবিলাক, তোমালোকে বলৱান হোৱা আৰু পুৰুষালি দেখুউৱা; পুৰুষালি দেখুৱাই যুদ্ধ কৰা। [১০]তাতে পলেষ্টীয়াবিলাকে যুদ্ধ কৰিলত, ইস্ৰায়েল লোকবিলাক পৰাজয় হৈ প্ৰতিজন আপোন আপোন তাম্বুলৈ পলাল; তেতিয়া এনে মহা-সংহাৰ হল, যে, ইস্ৰায়েলৰ মাজত ত্ৰিশ হাজাৰ পদাতিক লোক মৰা পড়িল। [১১]আৰু ঈশ্বৰৰ চন্দুক শত্ৰুৰ হাতত পড়িল, আৰু এলীৰ দুজন পুতেক হফ্‌নী আৰ পীনহচক বধ কৰা হল। [১২]তেতিয়া এজন বিন্যামীনীয়া মানুহে সৈন্যৰ মাজৰ পৰা লৰি গৈ সেই দিনাই চীলো পালে; তাৰ কাপৰ ফটা, আৰু মূৰত মাটি আছিল। [১৩]সি অহা সময়ত বাটৰ কোষত এলীয়ে আপোন আসনত বহি বাট চাই আছিল; কিয়নো তেওঁৰ মন যিহোৱাৰ চন্দুকৰ নিমিত্তে কঁপি আছিল। আৰু সেই মানুহটোৱে নগৰত সোমাই সেই সম্বাদ দিলত, নগৰত থকা সকলো লোকে চিঞৰিবলৈ ধৰিলে। [১৪]পাছে এলীয়ে সেই চিঞৰৰ শবদ শুনি সুধিলে, এই কোলাহলৰ কাৰণ কি? তেতিয়া সেই মানুহে বেগাই আহি এলীক জনালে। [১৫]সেই কালত এলী আঁঠানব্বই বছৰ বয়সীয়া হৈছিল; আৰু তেওঁ দৃষ্টিহীন হোৱাত, একো দেখিব নোৱাৰিলে। [১৬]সেই মানুহে এলীক কলে, ময় সৈন্যসমূহৰ পৰা অহা মানুহ; আজিয়েই ময় সৈন্যসমূহৰ পৰা পলাই আহিলোঁ। তাতে এলীয়ে সুধিলে, বোপা, কি হৈছে? [১৭]বাৰ্ত্তা অনা লোকে উত্তৰ কৰিলে, ইস্ৰায়েল পলেষ্টীয়াবিলাকৰ আগৰ পৰা পলাইছে, আৰু লোকবিলাকৰ মাজত মহা-সংহাৰ হল; বিশেষকৈ তোমাৰ দুজন পুত্ৰ হফ্‌নী আৰু পীনহচো মৰিল, আৰু ঈশ্বৰৰ চন্দুক শত্ৰুৰ হাতত পড়িল। [১৮]পাছে, সেই মানুহে ঈশ্বৰৰ চন্দুকৰ নাম কোৱামাত্ৰকে এলী দুৱাৰৰ কোষত আসনৰ পৰা লুটি খাই পড়িল, আৰু ডিঙি ভাগি যোৱাত মৰিল; কিয়নো তেওঁ বুঢ়া আৰু গধুৰ পুৰুষ আছিল। তেওঁ চল্লিশ বছৰলৈকে ইস্ৰায়েলৰ বিচাৰ কৰিছিল। [১৯]সেই সময়ত তেওঁৰ পোৱোৱাৰী পীনহচৰ ঘৈণীয়েক গৰ্ভৱতী অৱস্থাত থকাত, তাইৰ প্ৰসৱৰ কাল ওচৰ আছিল; পাছে যিহোৱাৰ চন্দুক শত্ৰুৰ হাতত পড়া, আৰু আপোনাৰ শহুৰেক ও গিৰিয়েক মৰা সম্বাদ শুনামাত্ৰকে তাইৰ প্ৰসৱবেদনা হোৱাত, তাই আঁঠু পাৰি প্ৰসৱ কৰিলে। [২০]তেতিয়া তাইৰ মৰণৰ কালত, তাইৰ ওচৰত থিয় হৈ থকা তিৰুতাবিলাকে তাইক কলে, ভয় নকৰিবা; কিয়নো তুমি এটী পুত্ৰ জন্মালা। কিন্তু তাই একো উত্তৰ নিদিলে আৰু মন নকৰিলে। [২১]পাছে ঈশ্বৰৰ চন্দুক শত্ৰুৰ হাতত পড়া, আৰু তাইৰ শহুৰেক ও গিৰিয়েকো মৰা দেখি, তাই লৰাটোৰ নাম ঈখাবোদ ৰাখি কলে, ইস্ৰায়েলৰ পৰা প্ৰতাপ গল। [২২]তাই আকৌ কলে, ইস্ৰায়েলৰ পৰা প্ৰতাপ গল; কিয়নো শত্ৰুৰ হাতত ঈশ্বৰৰ চন্দুক পড়িল।

নিয়ম-চন্দুক পলেষ্টীয়াবিলাকৰ দেশত থকা।

৫ ইয়াৰ ভিতৰতে পলেষ্টীয়াবিলাকে ঈশ্বৰৰ চন্দুক লোৱাৰ পাছে, তাক এবন-এজৰৰ পৰা অচ্‌দোদলৈ নিলে। [২]তাৰ পাছে পলেষ্টীয়াবিলাকে ঈশ্বৰৰ চন্দুক দাগোনৰ মন্দিৰলৈ নি, দাগোনৰ কোষত ৰাখিলে। [৩]তাৰ পাছদিনা অচ্‌দোদৰ লোকবিলাকে ৰাতিপুৱাতে উঠি দেখিলে, যে, যিহোৱাৰ চন্দুকৰ আগত দাগোনে মাটিত মুখ দি পড়ি আছে; তাতে সিইঁতে দাগোনক তুলি আকৌ তাক আপোন ঠাইত ৰাখিলে। [৪]পাছে তাৰ পাছদিনাও সিইঁতে পুৱাতে উঠি দেখিলে, যে, যিহোৱাৰ চন্দুকৰ সম্মুখত দাগোন মাটিত উবুৰি হৈ পড়ি আছে, আৰু দাগোনৰ মূৰটো আৰু হাত দুখন কটা হৈ দুৱাৰ-ডলিত পড়ি আছে; কেৱল তাৰ গাডোখৰ মাথোন অৱশিষ্ট থাকিল। [৫]এই নিমিত্তে দাগোনৰ পুৰোহিত আদি কৰি যিমান লোক দাগোনৰ মন্দিৰত সোমায়, সিইঁতৰ মাজৰ কোনেও অচ্‌দোদত থকা দাগোনৰ দুৱাৰ-ডলিত আজিলৈকে ভৰি নিদিয়ে।

[৬]কিন্তু অচ্‌দোদীয়া লোকবিলাকৰ ওপৰত যিহোৱাৰ হাত গধুৰ আছিল, আৰু তেওঁ সিইঁতক সংহাৰ কৰিলে, আৰু অচ্‌দোদ ও তাৰ সীমাৰ অনেক লোকক বিষফোঁহোৰাৰে আঘাত কৰিলে। [৭]পাছে অচ্‌দোদীয়াবিলাকে তাকে দেখি কলে,

ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক আমাৰ ওচৰত থাকিব নোৱাৰে; কিয়নো আমাৰ ওপৰত আৰু আমাৰ দেৱতা দাগোনৰো ওপৰত তেওঁৰ হাত ক্লেশদায়ক হৈছে। [৮]এই হেতুকে সিহঁতে মানুহ পঠাই পলেষ্টীয়াবিলাকৰ আটাই অধিপতিবিলাকক আপোনাৰ ওচৰত গোটাই কলে, ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুকৰ কথাত আমি কি কৰিম? সিবিলাকে কলে, ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক গাতলৈ নিয়া হওক; তাতে সিহঁতে ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক সেই ঠাইলৈ লৈ গল। [৯]তাক নিয়া হলত, যিহোৱাৰ হাত নগৰখনৰ বিৰুদ্ধে অতিশয় ত্ৰাসজনক হল; তেওঁ নগৰখনৰ বড় কি সৰু সকলোকে আঘাত কৰাত, সিহঁতৰ গাত বিষফোঁহোৰা ওলাল। [১০]পাছে সিহঁতে যিহোৱাৰ চন্দুক ইক্ৰোণলৈ পঠালে। কিন্তু যিহোৱাৰ চন্দুক ইক্ৰোণলৈ আহিলত, ইক্ৰোণীয়াইঁতে বড়কৈ এঁটাহ পাৰি কলে, আমাক আৰু আমাৰ মানুহবোৰক বধ কৰিবৰ নিমিত্তে সিহঁতে আমাৰ ওচৰলৈ ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক আনিলে। [১১]পাছে সিহঁতে মানুহ পঠাই পলেষ্টীয়াবিলাকৰ আটাই অধিপতিবিলাকক গোট খুৱাই কলে, আমাক আৰু আমাৰ লোকবিলাকক যেন বধ নকৰে, এই নিমিত্তে ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক পঠাই দিয়া; সেয়ে আপোন ঠাইলৈ উলটি যাওক। কিয়নো নগৰৰ সকলো ফালে মহামাৰীৰ ভয়ত লোকবিলাক ব্যাকুল হৈছিল; সেই ঠাইত ঈশ্বৰৰ হাত অতিশয় গধূৰ আছিল। [১২]আৰু যি লোকবিলাক নমৰাকৈ আছিল, সিহঁত বিষফোঁহোৰাৰে পীড়িত হল; এই হেতুকে নগৰৰ লোকবিলাকৰ আৰ্ত্তৰাৱ আকাশলৈকে উঠিল।

নিয়ম-চন্দুক ইস্ৰায়েল দেশলৈ ওলোটাই পঠোৱা।

৬ যিহোৱাৰ চন্দুক পলেষ্টীয়াবিলাকৰ দেশত সাত মাহলৈকে আছিল। [২]পাছে পলেষ্টীয়াবিলাকে পুৰোহিত আৰু মঙ্গলতিবিলাকক মতাই আনি কলে, আমি যিহোৱাৰ চন্দুকৰ বিষয়ে কি কৰিম? কোৱাছোন, আমি কিহেৰে তাক আপোন ঠাইলৈ পঠাই দিম? [৩]সিবিলাকে কলে, তোমালোকে যদি ইয়াৰ পৰা ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক পঠাই দিয়া, তেন্তে শুদাকৈ নপঠাবা, কিন্তু কোনোমতে দোষাৰ্থক উপহাৰ তেওঁৰ ভালৈ পঠাই দিয়া; তেহে তোমালোক সুস্থ হব পাৰিবা, আৰু তেওঁৰ হাত তোমালোকৰ পৰা কিয় নুগুচে, তাকো তোমালোকে জ্ঞাত হবা। [৪]সিহঁতে সুধিলে, দোষাৰ্থক উপহাৰস্বৰূপে আমি তেওঁলৈ কি পঠাই দিম? সিবিলাকে কলে, পলেষ্টীয়াবিলাকৰ অধিপতিৰ সংখ্যা অনুসাৰে বিষফোঁহোৰাবোৰৰ আকৃতিৰে সজা পাঁচোটা বস্তু, আৰু সোণৰ পাঁচোটা নিগণি দি পঠোৱা; কিয়নো তোমালোক সকলোৰে আৰু তোমালোকৰ অধিপতিবিলাকৰো একে ৰূপ উৎপাত ঘটিছে। [৫]এই হেতুকে তোমালোকে আপোনাবিলাকৰ বিষফোঁহোৰাৰ আৰু দেশ বিনষ্ট কৰা নিগণিৰ আকৃতিৰে মূৰ্ত্তি নিৰ্ম্মাণ কৰা, আৰু ইস্ৰায়েলৰ ঈশ্বৰক গৌৰৱান্বিত কৰা; কিজানি তেওঁ তোমালোকৰ পৰা, আৰু তোমালোকৰ দেৱতাবিলাকৰ পৰা, আৰু তোমালোকৰ দেশৰ পৰাও আপোনাৰ হাত আঁতৰাব। [৬]মিচৰীয়া লোকে আৰু ফৰৌণ ৰজাই যি ৰূপে আপোনাবিলাকৰ মন কঠিন কৰিছিল, তেনেকৈ তোমালোকে কিয় মন কঠিন কৰিবা? তেওঁ সিবিলাকৰ মাজত অদ্ভুত কাৰ্য্য কৰিলত, সিবিলাকে লোকবিলাকক এৰি নিদিলে নে? আৰু লোকবিলাক নগল নে? [৭]এই হেতুকে এতিয়া কাঠ লৈ এখন নতুন ৰথ সাজা, আৰু কান্ধত যুঁৱলি নুঠা এনে দুজনী খিৰতী গাই গৰু আনি ৰথত লগোৱা, আৰু সিহঁতৰ পোৱালি সিহঁতৰ লগৰ পৰা ঘৰলৈ আনিবা। [৮]আৰু যিহোৱাৰ চন্দুক সেই ৰথৰ ওপৰত তুলি দিবা; আৰু সেই যি সোণৰ বস্তুবোৰ দোষাৰ্থক উপহাৰস্বৰূপে তেওঁক দিবা, তাক এটা পেৰাত ভৰাই তাৰ এফালে দিবা, পাছে তাক পঠাই দিবা, সি যাওক। [৯]আৰু চাবা, সেই ৰথ যদি আপোন সীমাৰ বাটেদি বৈৎচেমচলৈ যায়, তেন্তে আমালৈ এই মহা-আপদ তেৱেঁই ঘটালে; আৰু যদি নেযায়, তেন্তে, যি হাতে আমাক প্ৰহাৰ কৰিলে, সেয়ে তেওঁৰ নহয়, ইয়াকে আমি জানিম; দৈবক্ৰমেহে আমালৈ এই ঘটনা হল। [১০]পাছে মানুহবিলাকে সেই দৰেই কৰিলে; দুজনী খিৰতী গাই গৰু আনি ৰথত লগালে, আৰু সিহঁতৰ পোৱালি দুটাক ঘৰত বান্ধি থলে। [১১]পাছে সিহঁতে

যিহোৱাৰ চন্দুক, আৰু সোণৰ নিগণি ও বিষ-ফোঁহোৰাৰ আকৃতিৰে সজা বস্তুবোৰৰ পেৰাটোও ৰথৰ ওপৰত তুলি দিলে। [১২] পাছে সেই গৰু দুজনীয়ে বৈৎ-চেমচৰ পোন ধৰি হেম্বেলিয়াই হেম্বেলিয়াই ৰাজবাটেদি গল; সোঁহাতে কি বাওঁহাতে নুঘূৰিলে; আৰু পলেষ্টীয়াবিলাকৰ অধিপতিবিলাক বৈৎ-চেমচৰ সীমালৈকে সিহঁতৰ পাছে পাছে গল। [১৩] সেই কালত বৈৎ-চেমচ-নিবাসীবিলাকে উপত্যকাত ঘেঁহু ধান দাওঁতে, ওপৰলৈ মূৰ দাঙি চাই চন্দুকটো দেখিলে, আৰু তাকে দেখি সিবিলাকে আনন্দ কৰিলে। [১৪] তেতিয়া সেই ৰথখন বৈৎ-চেমচ-নিবাসী যিহোচূৱাৰ পথাৰ সোমাই, যতে এটা বড় শিল আছিল, সেই ঠাইতে ৰল্‌হি; তাতে সিবিলাকে ৰথৰ কাঠ ফালি, সেই গৰু দুজনীক হোমৰ অৰ্থে যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰিলে। [১৫] পাছে লেবীয়াবিলাকে যিহোৱাৰ চন্দুক আৰু তাৰ লগৰ সোণৰ বস্তু থকা পেৰাটোও নমাই সেই বড় শিলৰ ওপৰত ৰাখিলে; আৰু বৈৎ-চেমচৰ লোকবিলাকে সেই দিনাই যিহোৱাৰ উদ্দেশে হোম-বলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিলে। [১৬] আৰু পলেষ্টীয়াবিলাকৰ পাঁচ জন অধিপতিয়ে তাকে দেখি, সেই দিনাই ইক্ৰোণলৈ উলটি গল।

[১৭] যিহোৱাৰ উদ্দেশে দোষাৰ্থক উপহাৰ-স্বৰূপে পলেষ্টীয়াবিলাকে পঠাই দিয়া বিষ-ফোঁহোৰাৰ আকৃতিৰে সজা সোণৰ বস্তু এই-বোৰ; অচ্‌দোদৰ নিমিত্তে এটা, ঘচাৰ নিমিত্তে এটা, অস্কিলোনৰ নিমিত্তে এটা, গাতৰ নিমিত্তে এটা, আৰু ইক্ৰোণৰ নিমিত্তে এটা; [১৮] আৰু গড়েৰে আবৃত হোৱা নগৰ হওক বা গাঁও হওক, পাঁচ জন অধিপতিৰ অধীনে পলেষ্টীয়াবিলাকৰ যিমান নগৰ আছিল, সিমান সোণৰ নিগণি; যিহোৱাৰ চন্দুক যিহৰ ওপৰত ৰখা হৈছিল, সেই মহা-শিল ইয়াৰ সাক্ষী; বৈৎ-চেমচীয়া যিহোচূৱাৰ পথাৰত সেই শিল আজিলৈকে আছে। [১৯] পাছে তেওঁ বৈৎ-চেমচৰ লোকবিলাকৰ মাজৰ কেতবিলাকক আঘাত কৰিলে; কাৰণ সিবিলাকে যিহোৱাৰ চন্দুকলৈ চাইছিল; অৰ্থাৎ তেওঁ লোকবিলাকৰ মাজৰ সত্তৰ জনক [ আৰু পঞ্চাশ হাজাৰ ] বধ কৰিলে; তাতে যিহোৱাই সেই মহা-সংহাৰেৰে আঘাত কৰাত, সিহঁতে বিলাপ কৰিলে। [২০] আৰু বৈৎ-চেমচৰ লোকবিলাকে কলে, এই পবিত্ৰ ঈশ্বৰ যিহোৱাৰ সন্মুখত কোন থিয় হব পাৰিব? আৰু তেওঁ আমাৰ পৰা কাৰ ওচৰলৈ যাব? [২১] পাছে সিবিলাকে কিৰিয়ৎ-যিয়াৰীম-নিবাসী লোকবিলাকৰ ওচৰলৈ দূত পঠাই কলে, পলেষ্টীয়াবিলাকে যিহোৱাৰ চন্দুক ওভোটাই আনিলে; তোমালোকে নামি আহি তাক আপোনাবিলাকৰ ওচৰলৈ লৈ

৭ যোৱা। তাৰ পাছে কিৰিয়ৎ-যিয়াৰীমৰ লোকবিলাকে আহি যিহোৱাৰ চন্দুক লৈ গৈ পৰ্ব্বতত থকা অবীনাদবৰ ঘৰত ৰাখিলে; আৰু যিহোৱাৰ সেই চন্দুক ৰাখিবৰ নিমিত্তে তেওঁৰ পুতেক ইলিয়াজৰক পবিত্ৰ কৰিলে।

ইস্ৰায়েলৰ মন-পালটন। পলেষ্টীয়াবিলাক ঘটা। চমূৱেলৰ বিচাৰ।

[২] যিহোৱাৰ চন্দুক কিৰিয়ৎ-যিয়াৰীমত থাকোঁতে বহুকাল গল, একেবাৰে বিশ বছৰ গল; আৰু ইস্ৰায়েলৰ আটাই বংশই যিহোৱাৰ পাছত চলিবৰ ইচ্ছাৰে বিলাপ কৰিলে। [৩] আৰু চমূৱেলে ইস্ৰায়েলৰ আটাই বংশক কলে, তোমালোকে যদি আপোনাৰ সকলো চিত্তেৰে যিহোৱালৈ পালটা, তেন্তে তোমালোকৰ মাজৰ পৰা বিজাতীয় দেৱতাবোৰ আৰু অষ্টাৰেৎ দেৱীবোৰ দূৰ কৰা, আৰু যিহোৱালৈ আপোন আপোন মন যুগুত কৰি অকল তেওঁৰেই সেৱা কৰা; তেতিয়া তেওঁ পলেষ্টীয়াবিলাকৰ হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিব। [৪] তাতে ইস্ৰায়েলৰ সন্তানবিলাকে বাল দেৱতাবোৰ আৰু অষ্টাৰেৎ দেৱীবোৰো দূৰ কৰি কেৱল যিহোৱাৰ সেৱা কৰিবলৈ ধৰিলে।

[৫] পাছে চমূৱেলে কলে, তোমালোকে গোটেই ইস্ৰায়েলক মিস্পাত গোটোৱা; তাতে মই তোমালোকৰ অৰ্থে যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিম। [৬] তেতিয়া সিবিলাকে মিস্পাত গোট খাই, পানী তুলি যিহোৱাৰ আগত ঢালি দিলে, আৰু সেই দিনা লঘোন দি সেই ঠাইতে কলে, আমি যিহোৱাৰ বিৰুদ্ধে পাপ কৰিলোঁ। এই ৰূপে চমূৱেলে মিস্পাত ইস্ৰায়েলৰ সন্তানবিলাকৰ বিচাৰ কৰিলে। [৭] পাছে ইস্ৰায়েলৰ সন্তানবিলাকে

মিস্পাত গোট খাইছে, পলেষ্টীয়াবিলাকে এই সম্বাদ পালত, পলেষ্টীয়াবিলাকর অধিপতিবিলাক ইস্রায়েলর বিরুদ্ধে উঠি আহিল ; তাতে ইস্রায়েলর সন্তানবিলাকে তাক শুনি পলেষ্টীয়াবিলাকলৈ ভয় করিলে। [৮] তেতিয়া ইস্রায়েলর সন্তানবিলাকে চমূৱেলক কলে, আমার ঈশ্বর যিহোৱাই পলেষ্টীয়াবিলাকর হাতর পরা যেন আমাক উদ্ধার করে, এই নিমিত্তে তুমি তেওঁর আগত আমার অর্থে কাতরোক্তি করিবলৈ নেরিবা। [৯] তেতিয়া চমূৱেলে পিয়াহ খোৱা মের পোৱালি এটি লৈ, গোটেইটো যিহোৱার উদ্দেশে হোম-বলি উৎসর্গ করিলে, আরু চমূৱেলে ইস্রায়েলর নিমিত্তে যিহোৱার আগত কাতরোক্তি করিলত, যিহোৱাই তেওঁক উত্তর দিলে। [১০] আরু চমূৱেলে সেই হোম-বলি উৎসর্গ করোঁতে, পলেষ্টীয়াবিলাকে ইস্রায়েলর লগত যুদ্ধ করিবলৈ ওচর চাপিল ; কিন্তু সেই দিনা যিহোৱাই পলেষ্টীয়াবিলাকর ওপরত বড়কৈ মেঘ-গর্জ্জন করি সিহঁতক ব্যাকুল করিলে ; তাতে সিহঁত ইস্রায়েলর সম্মুখত ঘাটিল। [১১] তেতিয়া, ইস্রায়েলর লোকবিলাকে মিস্পার পরা ওলাই, পলেষ্টীয়াবিলাকর পাছে পাছে খেদি বৈৎ-করর নামনিলৈকে সিহঁতক আঘাত করি গল। [১২] তাতে চমূৱেলে এটা শিল লৈ, মিস্পার আরু চেনর মাজ ঠাইত স্থাপন করিলে ; আরু এতিয়ালৈকে যিহোৱাই আমাক সহায় করিলে, এই বুলি তার নাম এবন-এজর রাখিলে। [১৩] এই রূপে পলেষ্টীয়াবিলাক নত হৈ ইস্রায়েলর অঞ্চললৈ আরু নাহিল। আরু চমূৱেলর জীৱনর গোটেই কালত যিহোৱার হাত পলেষ্টীয়াবিলাকর অহিতে আছিল। [১৪] ইক্রোণর পরা গাতলৈকে যিবোর নগর পলেষ্টীয়াবিলাকে ইস্রায়েলর পরা কাঢ়ি লৈছিল, সেইবোর নগর পুনরায় ইস্রায়েলর অধীন হল ; আরু ইস্রায়েলে পলেষ্টীয়াবিলাকর হাতর পরা সেইবোরর অঞ্চলো উদ্ধার করিলে। আরু ইমোরীয়াইতর লগত ইস্রায়েলর সন্ধি হল। [১৫] চমূৱেলে আপোনার আয়ুষর আটাই কালত ইস্রায়েলর বিচার করিলে। [১৬] তেওঁ বছরে বছরে বৈৎ-এল, গিল্‌গল, আরু মিস্পালৈ ঘুরি গৈ, সেই সেই ঠাইত ইস্রায়েলর বিচার করি, রামালৈ উলটি আহে ; [১৭] কিয়নো সেই ঠাইতে তেওঁর ঘর আছিল ; আরু সেই ঠাইতো তেওঁ ইস্রায়েলর বিচার করে ; আরু সেই ঠাইত তেওঁ যিহোৱার উদ্দেশে এটা যজ্ঞবেদি নির্ম্মাণ করিলে।

ইস্রায়েল লোকবিলাকে রজা খোজা।

৮ পাছে চমূৱেল বৃদ্ধ হলত, তেওঁ আপোন পুত্রবিলাকক ইস্রায়েলর ওপরত বিচারকর্ত্তা নিযুক্ত করিলে। [২] তেওঁর বড় পুতেকর নাম যোৱেল, দ্বিতীয় পুতেকর নাম অবিয়া আছিল ; সিবিলাকে বের-চেবাত বিচার করে। [৩] কিন্তু তেওঁর পুতেকবিলাকে বাপেকর পথত নচলি অপথে গৈ, লুভীয়া হৈ ভেঁটি খাই অন্যায় বিচার করিবলৈ ধরিলে।

[৪] এই হেতুকে ইস্রায়েলর সকলো বৃদ্ধবিলাকে গোট খাই রামালৈ চমূৱেলর ওচরলৈ আহি তেওঁক কলে, [৫] দেখা, তুমি বৃদ্ধ হলা, আরু তোমার পুত্রবিলাক তোমার পথত নচলে ; এতেকে আন জাতিবিলাকর নিচিনাকৈ আমার বিচার করিবলৈ তুমি আমার ওপরত এজন রজা নিযুক্ত করি দিয়া। [৬] কিন্তু, আমার বিচার করিবলৈ আমাক এজন রজা দিয়া বুলি যেতিয়া সিবিলাকে কৈছিল, তেতিয়া সেই কথাত চমূৱেলে অসন্তোষ পালে। তাতে, চমূৱেলে যিহোৱার আগত প্রার্থনা করিলত, [৭] যিহোৱাই চমূৱেলক কলে, এই লোকবিলাকে তোমার আগত যি যি কথা কৈছে, সেই সকলোতে সিহঁতর কথালৈ কাণ দিয়া ; কিয়নো সিহঁতে যে তোমাক অগ্রাহ্য করিলে, এনে নহয়, কিন্তু ময় যেন সিহঁতর ওপরত রাজত্ব নকরিম, এই আশয়েরে মোকেইহে অগ্রাহ্য করিলে। [৮] ময় মিচরর পরা সিহঁতক বাহির করি অনা দিনরে পরা আজিলৈকে সিহঁতে মোলৈ যি রূপ ব্যবহার করি আহিছে, অর্থাৎ মোক ত্যাগ করি ইতর দেবতাবোরক পূজা করি আহিছে, সেই রূপে তোমালৈকো ব্যবহার করিছে। [৯] এতেকে এতিয়া সিহঁতর কথালৈ কাণ দিয়া ; তথাপি সিহঁতর অহিতে স্পষ্টরূপে সাক্ষ্য দিয়া ; আরু সিহঁতর ওপরত যি রজাই রাজত্ব করিব, সেই রজার নিয়ম-প্রণালী সিহঁতক বুজাই দিয়া।

১০ পাছে যি লোকবিলাকে চমূৱেলৰ গুৰিত ৰজা খুজিছিল, সিবিলাকৰ আগত তেওঁ যিহোৱাৰ সেই সকলো কথা জনালে। ১১ আৰু কলে, তোমালোকৰ ওপৰত যি ৰজাই ৰাজত্ব কৰিব তেওঁৰ এই ৰূপ নিয়ম-প্ৰণালী হব; তেওঁ তোমালোকৰ পুত্ৰবিলাকক লৈ আপোনাৰ ৰথ আৰু ঘোঁৰাৰ ওপৰত নিযুক্ত কৰিব, আৰু সিহঁত তেওঁৰ ৰথৰ আগে আগে লৰি যাব; ১২ আৰু তেওঁ সিহঁতক আপোনাৰ সহস্ৰপতি ও পঞ্চাশ-পতি পাতিব; আৰু আপোনাৰ মাটিত হাল বাবলৈ, শস্য দাবলৈ, আৰু যুদ্ধৰ অস্ত্ৰ ও ৰথৰ সঁজুলি গঢ়াবলৈ নিযুক্ত কৰি লব। ১৩ আৰু তেওঁ তোমালোকৰ জীয়াৰীবিলাকক লৈ সুগন্ধি বস্তু কৰোঁতা, ৰান্ধনী, আৰু পিঠা বনাওঁতা কৰিব। ১৪ আৰু তোমালোকৰ উত্তম উত্তম শস্যক্ষেত্ৰ, দ্ৰাক্ষাবাৰী, আৰু জিতবৃক্ষৰ বাৰীবোৰ লৈ আপোন দাসবিলাকক দিব। ১৫ আৰু তোমালোকৰ উৎপন্ন শস্যৰ, আৰু দ্ৰাক্ষাবাৰীৰ ফলৰ দহ ভাগৰ এভাগ লৈ আপোন নপুংসক আৰু দাসবিলাকক দিব। ১৬ আৰু তেওঁ তোমালোকৰ বন্দী, বেটী, আৰু সকলোতকৈ উত্তম ডেকা পুৰুষবিলাকক, আৰু তোমালোকৰ গাধবোৰকো লৈ আপোনাৰ কামত লগাব। ১৭ আৰু তেওঁ তোমালোকৰ মেৰ ও ছাগবোৰৰ দহ ভাগৰ এভাগ লব; আৰু তোমালোক তেওঁৰ বন্দী হবা। ১৮ সেই সময়ত তোমালোকে আপুনি মনোনীত কৰি লোৱা ৰজাৰ নিমিত্তে কাতৰোক্তি কৰিবা; কিন্তু যিহোৱাই সেই দিনা তোমালোকক উত্তৰ নিদিব। ১৯ তথাপি লোকবিলাকে চমূৱেলৰ কথাত অমান্তি হৈ কলে, নহয় নহয়, ২০ আমি আন জাতিবিলাকৰ নিচিনা হবৰ নিমিত্তে, আমাৰ ৰজাই আমাৰ বিচাৰ কৰিবৰ নিমিত্তে, আৰু আমাৰ অগ্ৰগামী হৈ আমাৰ পক্ষে যুদ্ধ কৰিবৰ নিমিত্তে আমাৰ ওপৰতো এজন ৰজা হওক। ২১ তেতিয়া চমূৱেলে লোকবিলাকৰ সকলো কথা শুনি যিহোৱাৰ কাণত কলে। ২২ তাতে যিহোৱাই চমূৱেলক কলে, তুমি লোকবিলাকৰ কথালৈ কাণ দি সিহঁতৰ ওপৰত এজন ৰজা পাতি দিয়া। পাছে চমূৱেলে ইস্ৰায়েল লোকবিলাকক কলে, তোমালোক প্ৰতিজন আপোন আপোন নগৰলৈ যোৱা।

চমূৱেলে চৌলক ৰাজপদত অভিষেক কৰা।

৯ সেই কালত বিন্যামীন ফৈদৰ, অফীহৰ বৃদ্ধ পৰিনাতি, বখোৰতৰ পৰিনাতি, চৰোৰৰ নাতি, অবীয়েলৰ পুতেক কীচ নামেৰে এজন ভদ্ৰ ধনী বিন্যামীনীয়া লোক আছিল; ২ আৰু চৌল নামেৰে তেওঁৰ এজন সুন্দৰ ডেকা পুত্ৰ আছিল; ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত তেওঁতকৈ সুন্দৰ কোনো পুৰুষ নাছিল। আৰু আন সকলো লোকতকৈ তেওঁ এমূৰ ওখ আছিল। ৩ এদিন সেই চৌলৰ বাপেক কীচৰ গাধীবোৰ হেৰাল; তেতিয়া কীচে আপোন পুত্ৰ চৌলক কলে, তুমি দাসবোৰৰ মাজৰ এটাক লগত লৈ, গাধীবোৰ বিচাৰি যোৱা। ৪ তাতে তেওঁ ইফ্ৰয়িম পৰ্ব্বতেদি ফুৰি চালিচা প্ৰদেশেদি গল; কিন্তু সিবিলাকে গাধীবোৰ নেপালে। পাছে সিবিলাক চালীম প্ৰদেশেদি গল, তাতো নাই; তাৰ পাছে বিন্যামীন দেশেদি গল, কিন্তু সেই ঠাইতো নেপালে। ৫ পাছে সিবিলাকে চূফ প্ৰদেশ পালত, চৌলে আপোনাৰ লগত যোৱা দাসক কলে, আহাঁ, আমি উভটি যাওঁ; কিজানি মোৰ পিতৃয়ে গাধীবোৰৰ নিমিত্তে চিন্তা কৰিবলৈ এৰি আমাৰ নিমিত্তেহে ভাবনা কৰিব। ৬ তাতে সি কলে, দেখোক, এই নগৰত ঈশ্বৰৰ এজন লোক আছে; তেওঁ মান্যবান লোক; আৰু তেওঁ যি যি কয়, সকলো নিশ্চয়ে সিদ্ধ হয়; এতেকে আহোক, আমি এতিয়া সেই ঠাইলৈ যাওঁ; কিজানি তেওঁ আমি যাব লগীয়া বাট জনাব পাৰিব। ৭ তেতিয়া চৌলে আপোনাৰ দাসক কলে, দেখা, যদি আমি যাওঁ, তেন্তে সেই লোকৰ ওচৰলৈ কি লৈ যাম? কিয়নো আমাৰ পাত্ৰৰ পিঠা ওৰ পড়িল; ঈশ্বৰৰ লোকলৈ উপহাৰস্বৰূপে নিবলৈ আমাৰ একো নাই; আমাৰ লগত কি আছে? ৮ তাতে সেই দাসে উত্তৰ দি চৌলক কলে, এইয়া দেখোক, মোৰ হাতত এক চেকল ৰূপৰ চতুৰ্থ ভাগ আছে; আমাক বাট জনাবৰ নিমিত্তে মই ঈশ্বৰৰ লোকক ইয়াকে দিম। ৯ (আগৰ কালত ইস্ৰায়েলৰ মাজত ঈশ্বৰৰ গুৰিত সুধিবৰ অৰ্থে যাব লগা হলে লোকবিলাকে এই ৰূপে কয়, আহাঁ, আমি দৰ্শকৰ ওচৰলৈ যাওঁ। কিয়নো আজিকালি যাক

ভাববাদী বোলা যায়, আগর কালত তাক দৰ্শক বোলা গৈছিল।) [10] তাতে চৌলে আপোনার দাসক কলে, ভাল কৈছা; আহাঁ, আমি যাওঁ। তেতিয়া সিবিলাক ঈশ্বরর লোক থকা নগরলৈ গল। [11] সিবিলাকে নগরলৈ উঠি যোৱা বাটেদি যাওঁতে, পানী তুলিবর অৰ্থে বাহিরলৈ অহা কেইজনীমান যুবতীর লগ পাই সুধিলে, দৰ্শক এই ঠাইত আছে নে? [12] সিহঁতে উত্তর দি কলে, আছে; দেখা, তেওঁ তোমার সম্মুখত আছে; এতিয়াই বেগাই যোৱা; কিয়নো তেওঁ আজি নগরলৈ আহিল, কারণ ওখ ঠাইখনত আজি লোকবিলাকর এক যজ্ঞ হব। [13] নগরর মাজত তোমালোক সোমোৱামাত্রে, ওখ ঠাইত ভোজন করিবর অৰ্থে তেওঁ নৌ যোৱার আগেয়ে, তোমালোকে তেওঁক লগ পাব পারিবা; কিয়নো তেওঁ গৈ নেপাইমানে লোকবিলাকে ভোজন নকরিব; কারণ তেওঁ যজ্ঞ-বস্তুত আশীৰ্ব্বাদ করার পাছেহে নিমন্ত্রিতবিলাকে ভোজন করিব। এতেকে তোমালোক এতিয়াই উঠি যোৱা; কিয়নো এই সময়তে তেওঁক লগ পাবা। [14] তেতিয়া সিবিলাকে নগরলৈ উঠি গৈ নগরর দুৱারর ভিতরত সোমালত, দেখা, চমূৱেলে ওখ ঠাইলৈ যাবর নিমিত্তে ওলাই আহি সিবিলাকর লগ পালে।

[15] চৌল আহি পোৱার আগ দিনা যিহোৱাই চমূৱেলর আগত এই কথা প্রকাশ করিলে, বোলে, [16] কাইলৈ ইমান পরত ময় বিন্যামীন প্রদেশর পরা এজন মানুহ তোমার ওচরলৈ পঠাম; মোর প্রজা ইস্রায়েলর ওপরত অধিপতি হবলৈ, তুমি তাক অভিষেক করিবা; তাতে সি মোর প্রজাক পলেষ্টীয়াবিলাকর হাতর পরা উদ্ধার করিব; কিয়নো, মোর প্রজাবিলাকর কাতরোক্তির শবদ মোর কাণত পড়াত, ময় সিহঁতলৈ দৃষ্টি করিলোঁ। [17] পাছে চমূৱেলে চৌলক দেখা পালত, যিহোৱাই তেওঁক কলে, দেখা, যার বিষয়ে ময় তোমাক কৈছিলোঁ, এই জনেই সেই মানুহ; এই জনেই মোর প্রজাবিলাকর ওপরত শাসন করিব। [18] তেতিয়া চৌলে দুৱারর ভিতরত চমূৱেলর ওচর পাই সুধিলে, বিনয় করোঁ, দৰ্শকর ঘর ক'ত, তাক মোক কোৱা। [19] তাতে চমূৱেলে চৌলক উত্তর দি কলে, ময়েই সেই দৰ্শক; মোর আগে আগে ওখ ঠাইলৈ বলা, কিয়নো তোমালোকে আজি মোর লগত ভোজন করিবাগৈ; কাইলৈ রাতিপুৱাই ময় তোমাক বিদায় করিম, আরু তোমার মনর সকলো কথা তোমার আগত বুজাই কম। [20] আরু আজি তিনি দিন হল, তোমার যি গাধীবোর হেরাইছিল, সেইবোরর নিমিত্তে মনত চিন্তা নকরিবা; কিয়নো সেইবোর পোৱা গল। আরু ইস্রায়েলর সকলো বাঞ্ছনীয় দ্রব্য কার? সেয়ে জানো তোমার আরু তোমার সমুদায় পিতৃ-বংশর নহয়? [21] তাতে চৌলে উত্তর দি কলে, ইস্রায়েলর ফৈদবিলাকর মাজর ময় সকলোতকৈ সরু ফৈদর বিন্যামীনীয়া মানুহ নহওঁ নে? আরু বিন্যামীন ফৈদর আটাই গোষ্ঠীবিলাকর মাজত মোর গোষ্ঠী সকলোতকৈ সরু নহয় নে? তেন্তে আপুনি মোর আগত এনে কথা কিয় কৈছে? [22] পাছে চমূৱেলে চৌলক আরু তেওঁর দাসক ভোজনর খোঁটালী-টোলৈ লৈ গল; আরু ত্রিশ জনমান নিমন্ত্রিত হোৱা লোকর মাজত প্রধান ঠাইত সিবিলাকক বহুৱালে। [23] পাছে চমূৱেলে রান্ধনীক কলে, তোমার ওচরত রাখিবা বুলি কৈ ময় তোমাক যি ভাগ দিছিলোঁ, তাক লৈ আহাঁ। [24] তাতে রান্ধনীয়ে পাছ-পিরাটো আরু তার ওপরত যি আছিল, তাক আনি চৌলর আগত থলে। তেতিয়া চমূৱেলে কলে, দেখা, ইয়াক রখা গৈছিল; তুমি ইয়াক আপোনার আগত লৈ ভোজন করা; কিয়নো ময় লোকবিলাকক নিমন্ত্রণ করিছোঁ দেখি, এই নিরূপিত সময়লৈকে তোমার নিমিত্তে ইয়াক রখা হল। এই রূপে সেই দিনা চৌলে চমূৱেলর লগত ভোজন করিলে। [25] পাছে, সিবিলাক ওখ ঠাইর পরা নামি নগরলৈ আহিলত, চমূৱেলে ঘরর চালর ওপরত চৌলে সৈতে কথোপকথন করিলে। [26] আরু সিবিলাক রাতিপুৱাতে উঠিলত, চমূৱেলে সূৰ্য্যোদয়র সময়ত ঘরর চালর ওপরত শোৱা চৌলক মাতি কলে, উঠা, ময় তোমাক বিদায় করোঁ; তাতে চৌল উঠিলত, তেওঁ আরু চমূৱেল দুয়ো জন বাহিরলৈ ওলাই গল। [27] পাছে সিবিলাকে নামি নগরর মূর পালত, চমূৱেলে চৌলক কলে, তোমার দাসক আমার আগ হৈ যাবলৈ কোৱা, (তাতে দাস আগ হৈ গল,)

কিন্তু তুমি অলপ পর থিয় হৈ ৰোৱা, ময় তোমাক ঈশ্বরর বাক্য শুনাওঁ।

১০ তার পাছে চমূৱেলে তেলর কুপা লৈ, চৌলর মূরর ওপরত তেল ঢালি তেওঁক চুমা খাই কলে, যিহোবার আপোন আধিপত্যর ওপরত অধিপতি হবলৈ, তেওঁ তোমাক জানো অভিষেক করা নাই? [২] আজি তুমি যেতিয়া মোর ওচরর পরা যাবা, তেতিয়া বিন্যামীনর সীমাত থকা চেল্‌চহত রাহেলর মৈদামর ওচরত দুজন মানুহ লগ পাবা; সিহঁতে তোমাক কব, তুমি যি গাধীবোর বিচারি গৈছিলা, সেইবোর পোৱা হল; আরু দেখা, এতিয়া তোমার পিতৃয়ে গাধীবোরলৈ চিন্তা করিবলৈ এরি, মোর পোর নিমিত্তে কি করিম বুলি, তোমালোকর কারণেহে ভাবনা করিছে। [৩] পাছে তুমি তার পরা আগ বাঢ়ি তাবোরর এলোন গছজোপার ওচর পাবা; তেতিয়া, তিনটা ছাগ পোৱালি অনা মানুহ এটা, তিনটা পিঠা অনা এটা, আরু এক মোট দ্রাক্ষারস অনা এটা, এনেকুরা তিনটা মানুহে বৈৎ-এললৈ ঈশ্বরর আগলৈ আহোঁতে, সেই ঠাইতে তোমাক লগ পাব। [৪] সিহঁতে তোমাক মঙ্গলবাদ করিব, আরু তোমাক দুটা পিঠা দিব; তুমি সিহঁতর হাতর পরা তাক লবা। [৫] পাছে পলেষ্টীয়াবিলাকর প্রহরী সৈন্যদল থকা ঈশ্বরর পর্ব্বত পাবাগৈ; আরু তার নগর পালেই, নেবল, খঞ্জরি, বাঁহি, আরু বীণার শবদে সৈতে ভাববাণী প্রচার করি করি ওখ ঠাইখনর পরা নামি অহা এদল ভাববাদীর লগত তোমার সাক্ষাৎ হব। [৬] তেতিয়া যিহোবার আত্মা তোমাত স্থিতি হব; তাতে তুমিও সিবিলাকর লগত ভাববাণী প্রচার করিবা, আরু তুমি আন প্রকার মানুহ হৈ উঠিবা। [৭] এই সকলো চিন তোমালৈ ঘটার পাছত, তুমি উপস্থিত প্রয়োজন অনুসারে কার্য্য করিবা; কিয়নো যিহোবা তোমার সঙ্গী। [৮] আরু তুমি মোর আগেয়ে গিল্‌গললৈ নামি যাবা; দেখা, হোমবলি, আরু মঙ্গলার্থক বলিবোর উৎসর্গ করিবলৈ ময় তোমার ওচরলৈ যাম; আরু ময় যেতিয়ালৈকে তোমার ওচরলৈ গৈ তুমি করিব লগীয়া কার্য্য তোমাক বুবুজাওঁ, তেতিয়ালৈকে তুমি সাদিন বাট চাই থাকিবা। [৯] পাছে তেওঁ চমূৱেলর ওচরর পরা যাবলৈ পিঠি ঘূরালত, যিহোবাই তেওঁক আন মন দিলে; আরু সেই দিনতে সেই সকলো চিন ঘটিল।

[১০] আরু সিবিলাকে সেই ঠাইর পর্ব্বত পালত, দেখা, এদল ভাববাদীয়ে তেওঁর লগ পালে; তাতে যিহোবার আত্মা তেওঁর ওপরত স্থিতি হোৱাত, সিবিলাকর মাজত তেওঁ ভাববাণী প্রচার করিলে। [১১] তেতিয়া, যিবিলাকে তেওঁক আগরে পরা চিনে, সিবিলাকে ভাববাদীবিলাকর মাজত তেওঁক ভাববাণী প্রচার করা দেখি, সকলোৱে ইটে সিটক কলে, কীচর পুতেকর কি হল? চৌলো জানো ভাববাদীবিলাকর মাজর এজন? [১২] তাতে তাত থকা এজন মানুহে উত্তর করিলে, সিবিলাকর বাপেক কোন? এই রূপে, চৌলো জানো ভাববাদীবিলাকর মাজর এজন, এই কথা চলতি কথা হৈ উঠিল। [১৩] পাছে তেওঁ ভাববাণী প্রচার করি এঁটাই ওখ ঠাইলৈ গল।

[১৪] পাছে চৌলর দদায়েকে তেওঁক আরু তেওঁর দাসক সুধিলে, তোমালোক কলৈ গৈছিলা? তাতে তেওঁ কলে, গাধীবোর বিচারি গৈছিলোঁ; কিন্তু গাধীবোর কতো বিচারি নেপাই আমি চমূৱেলর ওচরলৈ গলোঁ। [১৫] চৌলর দদায়েকে কলে, কোৱাছোন, চমূৱেলে তোমালোকক কি কলে? [১৬] তাতে চৌলে আপোনার দদায়েকক কলে, তেওঁ আমাক স্পষ্টরূপে কলে, যে গাধীবোর পোৱা গৈছে। কিন্তু রাজত্বর বিষয়ে যি কথা চমূৱেলে তেওঁক কৈছিল, সেই কথা তেওঁ দদায়েকক নকলে।

চমূৱেলে রজা হবলৈ চৌলক মনোনীত করা।

[১৭] পাছে চমূৱেলে লোকবিলাকক মতাই মিস্পাত যিহোবার গুরিত গোট খুৱাই, [১৮] ইস্রায়েলর সন্তানবিলাকক কলে, ইস্রায়েলর ঈশ্বর যিহোবাই এই রূপে কৈছে, ময় ইস্রায়েলক মিচরর পরা আনিলোঁ, আরু তোমালোকক উপদ্রব করা মিচরীয়া আদি নানা রাজ্যর লোকবিলাকর হাতর পরা তোমালোকক উদ্ধার করিলোঁ। [১৯] কিন্তু তোমালোকক সকলো আপদ আরু সঙ্কটর পরা নিস্তার করা যি তোমালোকর ঈশ্বর, তোমালোকে তেওঁকেই আজি অগ্রাহ্য করিলা; আরু তোমালোকে তেওঁক কলা, যি হওক, আমার

ওপরত এজন ৰজা নিযুক্ত কৰা। এতেকে তোমালোক এতিয়া আপোন আপোন ফৈদ অনুসাৰে আৰু আপোন আপোন গোষ্ঠী অনুসাৰে যিহোৱাৰ আগত উপস্থিত হোৱা। [২০] পাছে চমূৱেলে ইস্ৰায়েলৰ সকলো ফৈদক ওচৰলৈ আনিলত, চিঠিখেলৰ দ্বাৰায় বিন্যামীন ফৈদক নিশ্চয় কৰা হল। [২১] আৰু এক এক গোষ্ঠী অনুসাৰে বিন্যামীন ফৈদক ওচৰলৈ আনিলত, মট্ৰীয়াবিলাকৰ গোষ্ঠীক নিশ্চয় কৰা হল, আৰু তাৰ মাজত কীচৰ পুত্ৰ চৌলক নিশ্চয় কৰা হল; কিন্তু সিবিলাকে তেওঁক বিচাৰি নেপালে। [২২] এই হেতুকে সিবিলাকে পুনৰায় যিহোৱাৰ গুৰিত সুধিলে, সেই পুৰুষ এতিয়াও এই ঠাইলৈ অহা নাই নে? তাতে যিহোৱাই উত্তৰ দি কলে, দেখা, সেই পুৰুষ মাল-বস্তুৰ মাজত লুকাই আছে। [২৩] পাছে সিবিলাকে লৰি গৈ তাৰ পৰা তেওঁক আনিলে; তাতে তেওঁ লোকবিলাকৰ মাজত থিয় হলত, আনবিলাক লোকতকৈ এমূৰ ওখ হল। [২৪] পাছে চমূৱেলে সকলো লোকবিলাকক কলে, এইয়া দেখা, যিহোৱাৰ মনোনীত পুৰুষ; সকলো লোকৰ মাজত এওঁৰ নিচিনা কোনো নাই; তাতে সকলো লোকে জয়ধ্বনি কৰি কলে, ৰজা চিৰজীৱী হওক।

[২৫] পাছে চমূৱেলে লোকবিলাকৰ আগত ৰাজনীতি প্ৰকাশ কৰিলে, আৰু তাক এখনী পুস্তকত লিখি যিহোৱাৰ সাক্ষাতে ৰাখিলে। আৰু চমূৱেলে লোকবিলাকক আপোন আপোন ঘৰলৈ বিদায় দিলে। [২৬] আৰু চৌলো গিবিয়ালৈ আপোন ঘৰলৈ গল; ঈশ্বৰে যিবিলাকৰ হৃদয় স্পৰ্শ কৰিলে, এনে এদল সৈন্য তেওঁৰ লগত গল। [২৭] কিন্তু, এই মানুহে আমাক কেনেকৈ ৰক্ষা কৰিব? এই বুলি কেতবিলাক দুৰ্জ্জন মানুহে তেওঁক হেয়জ্ঞান কৰি, তেওঁলৈ একো উপহাৰ নিনিলে; তথাপি তেওঁ মনে মনে থাকিল।

চৌলে অম্মোনীয়াইতক জয় কৰা। তেওঁক ৰজা পতা।

**১১** পাছে অম্মোনীয়া নাহচে উঠি আহি, যাবেচ-গিলিয়দৰ বিৰুদ্ধে ছাউনি পাতিলে। তাতে যাবেচৰ আটাই লোকে নাহচক কলে, তুমি আমাৰে সৈতে এটা নিয়ম স্থিৰ কৰা, তেহে আমি তোমাৰ অধীন হম। [২] কিন্তু অম্মোনীয়া নাহচে সিবিলাকক কলে, ময় এই ভাৱে তোমালোকৰ লগত নিয়ম স্থিৰ কৰিম, যে, তোমালোক সকলোৰে সোঁ চকু কঢ়া যাব, আৰু তাৰ দ্বাৰায় ময় গোটেই ইস্ৰায়েলক অপমান দিম। [৩] তেতিয়া যাবেচৰ বৃদ্ধ লোকবিলাকে কলে, আমি যেন ইস্ৰায়েল দেশৰ সকলো ফালে দূত পঠাব পাৰোঁ, এই নিমিত্তে তুমি সাত দিন আমালৈ ক্ষান্ত হোৱা; তাতে, কোনেও যদি আমাক নিস্তাৰ নকৰে, তেন্তে আমি বাহিৰ হৈ তোমাৰ ওচৰলৈ যাম। [৪] পাছে দূতবিলাকে চৌলৰ ঠাই গিবিয়ালৈ গৈ, লোকবিলাকৰ আগত সেই সকলোৰে সম্বাদ দিলে; তাতে সকলো লোকবিলাকে বৰ মাতেৰে কান্দিবলৈ ধৰিলে। [৫] পাছে দেখা, চৌলে ক্ষেতিৰ পৰা বলদবোৰৰ পাছে পাছে আহি সুধিলে, লোকবিলাকৰ কি হল, যে, সিবিলাকে কান্দিছে? তাতে লোকবিলাকে যাবেচৰ লোকবিলাকৰ সেই কথা তেওঁক কলে। [৬] তেতিয়া সেই বাৰ্ত্তা শুনামাত্ৰকে ঈশ্বৰৰ আত্মা চৌলত স্থিতি হলত, তেওঁৰ ক্ৰোধ অতিশয়ৰূপে জ্বলি উঠিল। [৭] আৰু তেওঁ এহাল বলদ লৈ ডোখৰ ডোখৰ কৰি কাটি, সেই দূতবিলাকৰ দ্বাৰায় ইস্ৰায়েল দেশৰ সকলো ফাললৈ পঠাই কলে, যি কোনোৱে চৌল আৰু চমূৱেলৰ পাছত ওলাই নাহিব, এই দৰে তাৰ বলদলৈকো কৰা যাব; তাতে যিহোৱাৰ পৰা লোকবিলাকৰ ভয় হোৱাত, সিবিলাক এজন মানুহৰ নিচিনাকৈ বাহিৰ ওলাল। [৮] পাছে তেওঁ বেজকত সিবিলাকক গণনা কৰিলত, ইস্ৰায়েলৰ সন্তানবিলাকৰ তিনি লাখ, আৰু যিহুদাৰ ত্ৰিশ হাজাৰ লোক হল। [৯] পাছে সিবিলাকে সেই অহা দূতবিলাকক কলে, তোমালোকে গৈ যাবেচগিলিয়দৰ লোকবিলাকক এই কথা কবা, কাইলৈ টান ৰ'দ ওলোৱা সময়ত তোমালোকে নিস্তাৰ পাবা; তাতে দূতবিলাকে আহি যাবেচৰ লোকবিলাকক সেই কথা কলত, সিবিলাক আনন্দিত হল। [১০] এই হেতুকে যাবেচৰ লোকবিলাকে নাহচক কলে, কাইলৈ আমি তোমালোকৰ ওচৰলৈ ওলাই যাম; তাতে তোমালোকৰ দৃষ্টিত যি ভাল, তাকে আমালৈ কৰিবা। [১১] তাৰ পাছদিনা চৌলে

আপোনার লোকবিলাকক্ তিনি দল করিলে, আৰু পুৱতী নিশা ছাউনির মাজত সোমাই টান ৰ'দ হোৱালৈকে অম্মোনীয়াবিলাকক প্রহার করিলে; তাতে সিহঁতর অৱশিষ্ট লোকবিলাক এনেকৈ ছিন্নভিন্ন হল, যে, কতো সিহঁতর দুজন লোক একেলগে নেথাকিল। [12] পাছে লোকবিলাকে চমূৱেলক কলে, চৌল আমার ওপরত রজা হব নে বুলি কোৱাবোর কোন? তোমালোকে সেই মানুহবোরক আনা, আমি সিহঁতর প্রাণদণ্ড করোঁ। [13] কিন্তু চৌলে কলে, আজি কারো প্রাণদণ্ড নহব; কিয়নো আজি যিহোৱাই ইস্রায়েলর মাজত নিস্তার সাধন করিলে।

[14] পাছে চমূৱেলে লোকবিলাকক কলে, আহঁা, আমি গিল্‌গললৈ গৈ সেই ঠাইত রাজত্ব পুনরায় স্থির করোঁ। [15] তাতে সকলো লোকে গিল্‌গললৈ গৈ, সেই গিল্‌গলতে যিহোৱার সাক্ষাতে চৌলক রজা পাতিলে; আৰু তাতে যিহোৱার উদ্দেশে মঙ্গলার্থক বলি উৎসর্গ করিলে; আৰু সেই ঠাইতে চৌল আৰু ইস্রায়েলর সকলো লোকে মহা-আনন্দ করিলে।

চমূৱেলর বিদায়-বক্তৃতা।

**১২** পাছে চমূৱেলে গোটেই ইস্রায়েলক কলে, দেখা, তোমালোকে মোক যি যি কলা, সেই সকলো কথালৈময় কাণ দি তোমালোকর ওপরত এজন রজা পাতি দিলোঁ। [2] আৰু এতিয়া দেখা, রজাই তোমালোকর আগত অহা-যোৱা করিছে; কিন্তু ময় বুঢ়া আৰু পকাচুলীয়া হলোঁ, আৰু দেখা, মোর পোঁহত তোমালোকর লগতে আছে; আৰু ময় লরা কালরে পরা আজিলৈকে তোমালোকর আগত অহা-যোৱা করি আহিছোঁ। [3] দেখা, ময় ইয়াতে আছোঁ; ময় কার গৰু ললোঁ, বা কার গাধ নিলোঁ, বা কাক ছল করিলোঁ, বা কাক উপদ্রব করিলোঁ, নাইবা মোর আপোন চকু অন্ধ করিবলৈ কার হাতর পরা ভেটি ললোঁ, তোমালোকে যিহোৱার সাক্ষাতে আৰু তেওঁর অভিষিক্ত জনর আগত মোর বিরুদ্ধে সাক্ষ্য দি কোৱা, ময় তোমালোকক তাক ওভোটাই দিম। [4] সিবিলাকে কলে, আপুনি আমাক একো ছল করা নাই, আৰু একো উপদ্রবো করা নাই, আৰু কারো হাতর পরা একো লোৱাও নাই। [5] পাছে তেওঁ সিবিলাকক কলে, তোমালোকে মোর হাতত কোনো বস্তু পোৱা নাই, ইয়াতে আজি যিহোৱা তোমালোকর বিরুদ্ধে সাক্ষী আছে, আৰু তেওঁর অভিষিক্ত জনো সাক্ষী আছে। সিবিলাকে কলে, হয়, তেওঁ সাক্ষী আছে। [6] পাছে চমূৱেলে লোকবিলাকক কলে, সেই যিহোৱায়েই মোচি আৰু হারোণক উৎপন্ন করিছিল, আৰু তোমালোকর পূর্ব্বপুরুষবিলাকক মিচর দেশর পরা বাহির করি আনিলে। [7] এই হেতুকে তোমালোক এতিয়া থিয় হোৱা; তোমালোকলৈ আৰু তোমালোকর পূর্ব্বপুরুষবিলাকলৈ যিহোৱাই যিবোর সাধুকার্য্য করিলে, তার বিষয়ে যিহোৱার সাক্ষাতে ময় তোমালোকর লগত বাদ-বিবাদ করোঁ। [8] যাকোব মিচরলৈ অহার পাছে যেতিয়া তোমালোকর পূর্ব্বপুরুষবিলাকে যিহোৱার আগত কাতরোক্তি করিলে, তেতিয়া যিহোৱাই মোচি আৰু হারোণক পঠালে; তেওঁবিলাকে মিচরর পরা তোমালোকর পূর্ব্বপুরুষবিলাকক বাহির করি আনিলে, আৰু এই ঠাইতে সিবিলাকক বাস করালে। [9] কিন্তু সিবিলাকে আপোনাবিলাকর ঈশ্বর যিহোৱাক পাহরিলে; তাতে তেওঁ হাচোরর সেনাপতি চীচরার, পলেষ্টীয়াবিলাকর, আৰু মোৱাবর রজার হাতত সিবিলাকক বেচিলে; আৰু সিহঁতে সিবিলাকর লগত যুদ্ধ করিলে। [10] পাছে সিবিলাকে যিহোৱার গুরিত কাতরোক্তি করি কলে, আমি পাপ করিলোঁ; কারণ আমি যিহোৱাক ত্যাগ করি বাল দেৱতাবোরক আৰু অষ্টারেৎ দেৱীবোরক পূজা করিলোঁ; কিন্তু এতিয়া তুমি আমাক শত্রুর হাতর পরা উদ্ধার করা; তাতে আমি তোমার আরাধনা করিম। [11] তার পাছে যিহোৱাই যিরুব্বাল, বদান, যিপ্তহ, আৰু চমূৱেলক পঠাই তোমালোকর চারিওফালে থকা শত্রুবোরর হাতর পরা তোমালোকক উদ্ধার করিলে; তাতে তোমালোকে নিরাপদে বাস করিলা। [12] পাছে, অম্মোনর সন্তানবিলাকর রজা নাহচ তোমালোকর অহিতে ওলাই অহা যেতিয়া দেখিলা, তেতিয়া, তোমালোকর ঈশ্বর যিহোৱা তোমালোকর রজা হৈ থকাতো তোমালোকে মোক কলা, নহয় নহয়, কিন্তু কোনো

ৰজাই আমাৰ ওপৰত ৰাজত্ব কৰোক। [13] এই হেতুকে এইয়া দেখা, তোমালোকে মনোনীত কৰা আৰু খোজা ৰজা; চোৱা, যিহোৱাই তোমালোকৰ ওপৰত এজন ৰজা নিযুক্ত কৰি দিলে। [14] যদি তোমালোকে যিহোৱালৈ ভয় ৰাখি তেওঁৰ আৰাধনা কৰা, তেওঁৰ বাক্যলৈ কাণ দিয়া, যিহোৱাৰ আজ্ঞাৰ বিৰুদ্ধে আচৰণ নকৰা, আৰু তোমালোক ও তোমালোকৰ ওপৰত ৰাজত্ব কৰা ৰজা উভয়ে যদি আপোন ঈশ্বৰ যিহোৱাৰ পাছত চলোঁতা হোৱা, [15] তেন্তে ভাল; কিন্তু যদি তোমালোকে যিহোৱাৰ বাক্যলৈ কাণ নিদি, যিহোৱাৰ আজ্ঞাৰ বিৰুদ্ধে আচৰণ কৰা, তেন্তে, যিহোৱাৰ হাত যেনেকৈ তোমালোকৰ ওপৰ-পিতৃবিলাকৰ বিৰুদ্ধে আছিল, তেনেকৈ তোমালোকৰো বিৰুদ্ধে হব। [16] এই হেতুকে তোমালোকে এতিয়া থিয় হৈ, যিহোৱাই তোমালোকৰ আগত যি মহৎ কৰ্ম্ম কৰিব, তাক দেখা। [17] আজি জানো ঘেঁহু ধান দোৱা সময় নহয়? যিহোৱাই যেন মেঘ-গৰ্জ্জনেৰে বৃষ্টি বৰষায়, এই নিমিত্তে ময় যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিম; তাতে তোমালোকে আপোনাবিলাকৰ নিমিত্তে এজন ৰজা খোজাতে যিহোৱাৰ দৃষ্টিত তোমালোকে কৰা দুষ্টতা কেনে বড়, তাক বুজিব আৰু দেখিব পাৰিবা। [18] পাছে চমূৱেলে যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলত, যিহোৱাই সেই দিনাই মেঘ-গৰ্জ্জনেৰে বৃষ্টি বৰষালে; তাতে সকলো লোকে যিহোৱালৈ আৰু চমূৱেললৈ অতিশয় ভয় কৰিলে। [19] আৰু সকলো লোকে চমূৱেলক কলে, আমি যেন নমৰোঁ, এই নিমিত্তে আপুনি আপোনাৰ দাস-বিলাকৰ কাৰণে আপোন ঈশ্বৰ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰোক; কিয়নো আমি আপোনা-বিলাকৰ নিমিত্তে ৰজা খোজাতে পাপৰ উপৰি পাপ কৰিলোঁ। [20] পাছে চমূৱেলে লোকবিলাকক কলে, ভয় নকৰিবা; তোমালোকে এই সকলো দুষ্কৰ্ম্ম কৰিছা হয়, কিন্তু কোনো ৰূপে যিহোৱাৰ পাছত চলা পথ ত্যাগ নকৰি, আপোনাবিলাকৰ সকলো মনে সৈতে যিহোৱাৰ আৰাধনা কৰা; [21] কোনো ৰূপে অপথে নেযাবা; কিয়নো গলে, অসাৰ হোৱাৰ কাৰণে যিবোৰে উপকাৰ আৰু ৰক্ষা কৰিব নোৱাৰে, এনে অসাৰ বস্তুৰ পাছত চলোঁতা হবা। [22] কিয়নো যিহোৱাই আপোন মহান নামৰ গুণে আপোন প্ৰজাবিলাকক ত্যাগ নকৰিব; কাৰণ তোমালোকক আপোন প্ৰজা কৰিবলৈ যিহোৱাৰ সন্তোষ আছে। [23] মোৰ কথাত হলে, মৰ যে তোমালোকৰ নিমিত্তে প্ৰাৰ্থনা কৰিবলৈ এৰাৰ দ্বাৰায় যিহোৱাৰ বিৰুদ্ধে পাপ কৰিম, এনে নহওক; ময় উত্তম আৰু সৰল পথ তোমালোকক শিকাম। [24] তোমা-লোকে কেৱল যিহোৱালৈ ভয় ৰাখা, আৰু সত্যভাবে সকলো হৃদয়েৰে সৈতে তেওঁৰ আৰা-ধনা কৰা; কিয়নো বিবেচনা কৰা, তেওঁ তোমা-লোকৰ পক্ষে কেনে মহৎ কৰ্ম্ম কৰিলে! [25] কিন্তু যদি তোমালোকে ইয়াৰ পাছেও বেয়া আচৰণ কৰা, তেন্তে তোমালোক আৰু তোমা-লোকৰ ৰজা উভয়ে বিনষ্ট হবা।

চৌলৰ ৰাজত্ব। তেওঁৰ আজ্ঞালঙ্ঘন। যোনাথনৰ বীৰকাৰ্য্য। পলেষ্টীয়াইঁত ঘটা।

**১৩** চৌলে ত্ৰিশ বছৰ বয়সত ৰাজত্ব কৰি-বলৈ আৰম্ভ কৰি, ইস্ৰায়েলৰ ওপৰত দুবছৰ ৰাজশাসন কৰিলে। [2] আৰু চৌলে আপোনাৰ নিমিত্তে ইস্ৰায়েলৰ মাজৰ পৰা তিনি হাজাৰ সৈন্য মনোনীত কৰি ললে; তাৰে দুই হাজাৰ মিক্‌মচত আৰু বৈৎ-এল পৰ্ব্বতত চৌলৰ লগত থাকিল, এক হাজাৰ বিন্যামীন প্ৰদেশৰ গিবি-য়াত যোনাথনৰ লগত থাকিল, আৰু আন-বিলাক লোকক তেওঁ আপোন আপোন তাম্বুলৈ বিদায় দিলে। [3] পাছে যোনাথনে গেবাত থকা পলেষ্টীয়াবিলাকৰ প্ৰহৰী সৈন্যদলক আঘাত কৰিলে, আৰু পলেষ্টীয়াবিলাকে তাক শুনিলে। তেতিয়া চৌলে দেশৰ সকলো ফালে শিঙ্গা বজাই ঘোষণা কৰি কলে, ইব্ৰীয়াবিলাকে শুনোক। [4] তাতে, পলেষ্টীয়াবিলাকৰ সেই সৈন্যদলক যে চৌলৰ দ্বাৰায় আঘাত কৰা হল, আৰু ইস্ৰায়েল পলেষ্টীয়াবিলাকৰ আগত ঘৃণাৰ পাত্ৰ হল, ইয়াকে ইস্ৰায়েলে শুনিলে; পাছে লোকবিলাকে চৌলৰ পাছত যাবৰ অৰ্থে গিল্‌গলত গোট খালে।

[5] পাছে পলেষ্টীয়াবিলাকে ইস্ৰায়েলৰ লগত যুদ্ধ কৰিবলৈ গোট খালে; সিহঁতৰ ত্ৰিশ হাজাৰ ৰথ, ছয় হাজাৰ অশ্বাৰোহী, আৰু সাগৰৰ তীৰত থকা বালিৰ নিচিনা অসংখ্য

পদাতিক সৈন্য আছিল; সিহঁতে আহি মিক্‌মচত বৈৎ-আবনর পূবদিশে ছাউনি পাতিলে। ৬ তাতে, যেতিয়া ইস্রায়েল লোকবিলাকে আপোনাবিলাকক আপদত পড়া দেখিলে, (কিয়নো লোকবিলাকে উপদ্রৱ পাইছিল;) তেতিয়া লোকবিলাকে গুহাত, হাবিত, শিলর খোৰোঙত, দুর্গম ঠাইত, আৰু গাঁতত আপোনাবিলাকক লুকুৱালে। ৭ আৰু কেতবিলাক ইব্রীয়া লোকে যৰ্দ্দন পার হৈ, গাদ আৰু গিলিয়দ দেশলৈ গল; কিন্তু সেই সময়ত চৌল হলে গিল্‌গলত থাকিল, আৰু তেওঁৰ পাছত চলা সকলো লোকে কঁপিবলৈ ধৰিলে।

৮ পাছে, চমূৱেলে নিৰূপণ কৰাৰ দৰে চৌলে সাত দিন বাট চাই থাকিল; কিন্তু চমূৱেল গিল্‌গললৈ নাহিল, আৰু লোকবিলাক তেওঁৰ ওচৰৰ পৰা ছিন্নভিন্ন হৈ যাবলৈ ধৰিলে। ৯ তাতে চৌলে কলে, এই ঠাইলৈ মোৰ ওচৰলৈ হোম-বলিটো আৰু মঙ্গলাৰ্থক বলিবোৰ আনা। তেতিয়া তেওঁ হোম-বলি উৎসৰ্গ কৰিলে। ১০ হোমবলি উৎসৰ্গ কৰি এঁটোৱামাত্ৰকে চমূৱেল আহি পালেহি; তাতে চৌলে তেওঁক মঙ্গলবাদ কৰিবলৈ আগ বাঢ়ি গল। ১১ পাছে চমূৱেলে কলে, তুমি কি কৰিলা? চৌলে কলে, লোকবিলাক মোৰ ওচৰৰ পৰা ছিন্নভিন্ন হৈ গৈছে, আৰু নিৰূপিত দিনৰ ভিতৰত আপুনিও অহা নাই, আৰু পলেষ্টীয়াবিলাক মিক্‌মচত গোট খাই আছে, এই দেখিময় মনতে কলোঁ, ১২ পলেষ্টীয়াবিলাক এতিয়া মোৰ অহিতে গিল্‌গললৈ নামি আহিব, কিন্তুময় যিহোৱাক প্ৰসন্ন কৰা নাই; এই নিমিত্তে ময় সাহ কৰি হোম-বলি উৎসৰ্গ কৰিলোঁ। ১৩ তাতে চমূৱেলে চৌলক কলে, তুমি অজ্ঞানৰ কৰ্ম্ম কৰিলা; তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক যি আজ্ঞা দিছিল, তাক পালন নকৰিলা। কিয়নো কৰা হলে যিহোৱাই এতিয়া ইস্রায়েলৰ ওপৰত তোমাৰ ৰাজত্ব চিৰস্থায়ী কৰিলেহেঁতেন। ১৪ কিন্তু এতিয়া তোমাৰ ৰাজত্ব থিৰে নেথাকিব; যিহোৱাই আপোন মনৰ দৰে এজনক বিচাৰি, তাকেই আপোন প্ৰজাবিলাকৰ ওপৰত অধিপতিপদত নিযুক্ত কৰিলে; কিয়নো যিহোৱাই তোমাক যি আজ্ঞা কৰিছিল, তুমি তাক পালন নকৰিলা।

১৫ তাৰ পাছে চমূৱেল উঠি গিল্‌গলৰ পৰা বিন্যামীনৰ গেবালৈ গল। তেতিয়া চৌলে আপোনাৰ লগত থকা লোকবিলাকক গণনা কৰি, প্ৰায় ছশ লোক পালে। ১৬ চৌল আৰু তেওঁৰ পুত্ৰ যোনাথন আৰু তেওঁৰ লগৰ লোকবিলাক বিন্যামীনৰ গেবাত থাকিল, আৰু পলেষ্টীয়াবিলাকে মিক্‌মচত ছাউনি পাতি ৰল। ১৭ পাছে পলেষ্টীয়াবিলাকৰ ছাউনিৰ পৰা লুট কৰোঁতা সৈন্যবোৰ তিনি দল হৈ ওলাল; সিহঁতৰ এদল অফ্ৰাৰ বাটেদি চুৱাল প্ৰদেশৰ ফাললৈ গল; ১৮ আৰু আন দলে মুখ ঘুৰাই বৈৎহোৰোণৰ বাটেদি গল, আৰু তৃতীয় দল অৰণ্যৰ ফালে চবোয়ীম উপত্যকালৈ মুখ কৰা ওপৰ-অঞ্চলৰ বাটেদি গল।

১৯ সেই সময়ত গোটেই ইস্রায়েল দেশত কোনো কমাৰ পোৱা নাছিল; কাৰণ পলেষ্টীয়াবিলাকে কয়, কমাৰ থাকিলে ইব্রীয়াবিলাকে আপোনাৰ নিমিত্তে তৰোৱাল কি জাঠি গঢ়াই লব। ২০ এই হেতুকে আপোন আপোন ফাল, ধাৰ থকা অস্ত্ৰ, বা কুঠাৰ, বা কোৰ শানত দিবৰ নিমিত্তে, গোটেই ইস্রায়েল লোকবিলাক পলেষ্টীয়াবিলাকৰ ওচৰলৈ নামি যাব লগা হয়; ২১ এই নিমিত্তে সকলোৰে কোৰ, ধাৰ থকা অস্ত্ৰ, ত্ৰিশূল, কুঠাৰ, আৰু আচাৰিৰ কাঁটি ভোটা আছিল। ২২ এতেকে যুদ্ধৰ কালত চৌলৰ আৰু যোনাথনৰ লগৰ সৈন্যবিলাকৰ হাতত তৰোৱাল বা জাঠি নাছিল; কেৱল চৌল আৰু তেওঁৰ পুত্ৰ যোনাথনৰ হাততহে আছিল। ২৩ পাছে পলেষ্টীয়াবিলাকৰ প্ৰহৰী সৈন্যদল ওলাই মিক্‌মচৰ বাটলৈ আহিল।

**১৪** এদিন চৌলৰ পুত্ৰ যোনাথনে আপোনাৰ অস্ত্ৰবাহক ডেকাক কলে, আহাঁ, আমি সৌফালে থকা পলেষ্টীয়াবিলাকৰ প্ৰহৰী সৈন্যদলৰ ওচৰলৈ যাওঁ; কিন্তু তেওঁ এই কথা আপোনাৰ বাপেকৰ আগত নকলে। ২ সেই কালত চৌল গিবিয়াৰ শেষ ভাগত মিগ্ৰোণত থকা এজোপা ডালিম গছৰ তলত বহি আছিল, আৰু তেওঁৰ লগৰ লোক প্ৰায় ছশ আছিল; ৩ আৰু যি এলী চিলোত যিহোৱাৰ পুৰোহিত আছিল, তেওঁৰ পৰিনাতি, পীনহচৰ নাতি, ঈখাবোদৰ ককায়েক অহীটূবৰ পুত্ৰ যি অহিয়া, তেওঁ এফোদ

বস্ত্র পিন্ধি তেওঁর লগত আছিল; আরু যোনাথন যে গল, সেই কথা লোকবিলাকে জনা নাছিল। [৪] আরু যি যি বাটেদি যোনাথনে পলেষ্টীয়াবিলাকর প্রহরী সৈন্যদলর ওচরলৈ যাব খুজিছিল, সেইবোর বাটর মাজ ঠাইত, ইফালে এটা সিফালে এটা দাঁতর আকৃতিরে শিলাময় পর্ব্বত আছিল; তার এটার নাম বোচেচ আরু আনটোর নাম চেনি। [৫] আরু তার মাজর এটা উত্তরফালে মিক্‌মচর সম্মুখত, আরু দ্বিতীয়টো দক্ষিণফালে গেবার সম্মুখত জোঙা হৈ উঠি-ছিল। [৬] যোনাথনে আপোনার অস্ত্রবাহক ডেকাক কলে, আহঁা, আমি সেই অচুন্নৎ প্রহরী সৈন্যদলর ওচরলৈ যাওঁ, কিজানি যিহোৱাই আমাক সহায় করিব; কিয়নো অনেকর দ্বারায় হওক বা অলপর দ্বারায় হওক, নিস্তার করিবলৈ যিহোৱাক বাধা করোঁতা কোনো নাই। [৭] তাতে তেওঁর অস্ত্রবাহকে কলে, আপোনার মনত যি আছে, তাকেই করোক; আগ হৈ বলোক, দেখোক, ময় আপোনার ইচ্ছার দরে আপোনার লগত আছোঁ। [৮] তাতে যোনাথনে কলে, দেখা, আমি সেই লোকবিলাকর ফাললৈ আগ বাঢ়ি গৈ সিহঁতক দেখা দিওঁ। [৯] যদি সিহঁতে আমাক কয়, তাতে র, আমি তহঁতর ওচরলৈ গৈছোঁ, তেন্তে আমি আপোন ঠাইতে থাকিম, সিহঁতর ওচরলৈ উঠি নেযাম; [১০] কিন্তু আমার ওচরলৈ উঠি আহ, এনে কথা যদি কয়, তেন্তে আমি উঠি যাম; কিয়নো যিহোৱাই আমার হাতত সিহঁতক সোধাই দিলে; এয়ে আমালৈ চিন হব। [১১] পাছে সিবিলাক দুয়ো জনে পলেষ্টীয়াবিলাকর সৈন্যদলর আগত আপোনাবিলাকক দেখা দিলত, পলেষ্টীয়াবিলাকে কলে, সৌৱা দেখা, ইব্রীয়াবিলাক যি যি গাঁতত লুকাই আছিল, সেইবোরর পরা এতিয়া ওলাইছে। [১২] পাছে সেই প্রহরী সৈন্যদলর লোকবিলাকে যোনা-থনক আরু অস্ত্রবাহকক কলে, আমার ওচরলৈ উঠি আহ, আমি তহঁতক কিবা শিকাম; তাতে যোনাথনে আপোনার অস্ত্রবাহকক কলে, আহঁা, মোর পাছে পাছে উঠি আহঁা; কিয়নো যিহো-ৱাই সিহঁতক ইস্রায়েলর হাতত সমর্পণ করিলে। [১৩] পাছে যোনাথনে হাতে-ভরিয়ে বগাই উঠি গল, আরু তেওঁর অস্ত্রবাহক তেওঁর পাছত গল; তাতে সেই লোকবিলাক যোনাথনর আগে আগে পড়িবলৈ ধরিলে, আরু তেওঁর অস্ত্রবাহকে তেওঁর পাছে পাছে বধ করিবলৈ ধরিলে। [১৪] যোনাথনে আরু তেওঁর অস্ত্রবাহকে করা এই প্রথম বধত, এহাল বলদেরে বাব পরা মাটির আধা সিরলুর দীর্ঘত প্রায় বিশ জনমান লোকক বধ করা হল। [১৫] তাতে ঘাই ছাউনি আদি আটাই সৈন্যর মাজত কম্পন হল; মিক্‌মচত থকা প্রহরী সৈন্যদল আরু লুট করোঁতাবোরেও কঁপিবলৈ ধরিলে, আরু পৃথিবীও কঁপিল; এই রূপে ঈশ্বরে করা মহা-কম্পন হল। [১৬] তেতিয়া বিন্যামীনর গিবিয়াত থকা চৌলর প্রহরীবিলাকে চাই দেখিলে, যে, লোকসমূহ ঢুকাই গৈছে, আরু ইফালে সিফালে ছিন্নভিন্ন হৈ গৈছে।

[১৭] তাতে চৌলে আপোনার লগত থকা লোকবিলাকক কলে, আমার মাজর পরা কোনোবা গৈছে নে কি এবার লেখ করি চোৱা। পাছে সিবিলাকে লোকবিলাকক লেখ করিলত, দেখিলে, যোনাথন আরু তেওঁর অস্ত্র-বাহক নাই। [১৮] তেতিয়া চৌলে অহিয়াক কলে, ঈশ্বরর চন্দুক ইয়ালৈ আনা। কিয়নো সেই কালত ঈশ্বরর চন্দুক ইস্রায়েলর সন্তানবিলাকর লগত আছিল। [১৯] তার পাছে চৌলে পুরো-হিতর লগত কথা হৈ থাকোঁতে, পলেষ্টীয়াবিলা-কর ছাউনির মাজত কোলাহল ক্রমে ক্রমে বাঢ়ি গল; তাতে চৌলে পুরোহিতক কলে, ক্ষান্ত হোৱা। [২০] পাছে চৌল আরু তেওঁর লগর সকলো লোকে গোট খাই রণর ঠাইলৈ গল: তেতিয়া দেখা, সেই লোকবিলাকে ইটে সিটে তরোৱালেরে কটাকটি করাত অতিশয় কোলাহল হৈছিল। [২১] আগরে পরা পলেষ্টীয়াবিলাকর লগত থকা যি ইব্রীয়াবিলাক সিহঁতর লগত চারিওফালর পরা ছাউনিলৈ আহিছিল, সিবিলাকেও চৌলর আরু যোনাথনর লগর ইস্রায়েলর ফলীয়া হল। [২২] আরু যি ইস্রায়েল লোকবিলাক ইফ্রয়িম পর্ব্বতীয়া অঞ্চলত লুকাই আছিল, সিবিলাকেও পলেষ্টীয়াবিলাক পলোৱার বার্ত্তা শুনি যুদ্ধত সিহঁতর পাছে পাছে খেদি গল। [২৩] এই রূপে যিহোৱাই সেই দিনা ইস্রায়েলক নিস্তার করিলে; আরু বৈৎ-আবনর সিফাললৈকে যুদ্ধ চলি গল। [২৪] সেই দিনা ইস্রায়েল লোকবিলাকে বড় ভাগর

পালে ; তথাপি চৌলে লোকবিলাকক এই শপথ দিলে, যে, ময় শত্রুবোরর ওপরত প্রতিকার নলধাকৈ সন্ধ্যার আগেয়ে যি কোনোৱে আহার করিব, সি শাপগ্রস্ত হব। এই নিমিত্তে কোনো লোকে খোৱা বস্তু নুচুলেই। [২৫] পাছে আটাই মানুহ কাঠনির মাজলৈ গলত, মাটির ওপরত মৌ দেখিলে। [২৬] কিন্তু লোকবিলাকে কাঠনিত সোমাই সেই মধু বৈ থকা দেখিও কোনেও মুখলৈ হাত নুতুলিলে ; কিয়নো লোকবিলাকে সেই শপথলৈ ভয় করিলে। [২৭] কিন্তু যোনাথনে, তেওঁর বাপেকে লোকবিলাকক শপথ দিয়া কথা শুনা নাছিল ; এই নিমিত্তে তেওঁ আপোনার হাতত থকা লাখুটির আগ মৌ-কোঁহর মাজত সুমুৱাই দিলে, আরু হাতত লৈ মুখত দিলে ; তাতে তেওঁর চকু উজ্জ্বল হল। [২৮] তেতিয়া লোকবিলাকর মাজর এটাই কলে, আপোনার পিতৃয়ে লোকবিলাকক শপথ দি এই দৃঢ় আজ্ঞা করিছিল, যে, যি জনে আজি আহার করিব, সি শাপগ্রস্ত হওক ; আরু লোকবিলাক ক্লান্ত হল। [২৯] তেতিয়া যোনাথনে কলে, মোর পিতৃয়ে লোকবিলাকক দুঃখ দিছে ; দেখাছোন, এই অকন্মান মৌ চাকি চোৱাত মোর চকু কেনে উজ্জ্বল হৈ গল ! [৩০] এই হেতুকে লোকবিলাকে আজি যদি শত্রুবোরর গুরিত পোৱা লুটদ্রব্যর পরা ইচ্ছামতে আহার করিবলৈ পালেহেঁতেন, তেন্তে ইয়াতকৈ কেনে ভাল হলহেঁতেন ! কিয়নো এতিয়াও পলেষ্টীয়াবিলাকর মাজত মহা-সংহার হোৱা নাই। [৩১] সেই দিনা সিবিলাকে মিকমচর পরা অয়ালোনলৈকে পলেষ্টীয়াবিলাকক প্রহার করিলে ; তাতে লোকবিলাক অতিশয় ক্লান্ত হল। [৩২] আরু লোকবিলাকে লুটদ্রব্যলৈ উড়া মারি, মের, ছাগ, গরু, আরু দামুরি ধরি মাটিত বধ করি তেজে সৈতে মঙহ খাবলৈ ধরিলে। [৩৩] তাতে কোনো কোনোৱে চৌলক কলে, দেখা, লোকবিলাকে তেজে সৈতে মঙহ ভোজন করি যিহোবার বিরুদ্ধে পাপ করিছে। তাতে তেওঁ কলে, তোমালোক বিশ্বাসঘাতক হলা ; মোর ওচরলৈ আজি এটা ডাঙর শিল বগরাই আনা। [৩৪] চৌলে আরু কলে, তোমালোকে লোকবিলাকর মাজে মাজে গৈ সিবিলাকক কোৱা, তোমালোক প্রতিজনে আপোন আপোন গরু, মের, আরু ছাগ মোর ওচরলৈ আনি, ইয়ার ওপরতে মারি ভোজন করা ; তেজে সৈতে মঙহ খাই যিহোবার বিরুদ্ধে পাপ নকরিবা। তাতে আটাই লোকবিলাকে আপোন আপোন গরু সেই রাতি লগত আনি তার ওপরত বধ করিলে। [৩৫] আরু চৌলে যিহোবার উদ্দেশে এটা যজ্ঞবেদি নির্ম্মাণ করিলে ; সেয়ে যিহোবার উদ্দেশে তেওঁ নির্ম্মাণ করা প্রথম বেদি।

[৩৬] পাছে চৌলে কলে, আহাঁ, আমি এই রাতি পলেষ্টীয়াবিলাকর পাছত খেদি গৈ, অরুণোদয়লৈকে সিহঁতর বস্তু লুট করোঁ, আরু সিহঁতর এটাকো অবশিষ্ট নেরাখোঁ ; তাতে সিবিলাকে কলে, আপোনার দৃষ্টিত যি ভাল দেখে, তাকেই করোক। তেতিয়া পুরোহিতে কলে, আহাঁ, আমি ইয়াতে ঈশ্বরর ওচর চাপোঁ। [৩৭] তার পাছে চৌলে ঈশ্বরর গুরিত সুধিলে, ময় পলেষ্টীয়াবিলাকর পাছত যাম নে ? তুমি সিহঁতক ইস্রায়েলর হাতত সমর্পণ করিবা নে ? কিন্তু সেই দিনা যিহোবাই তেওঁক উত্তর নিদিলে। [৩৮] তেতিয়া চৌলে কলে, হে লোকবিলাকর অধিপতিসকল, তোমালোক ওচরলৈ চাপি আহাঁ, আরু আজির এই পাপ কি দোষত হল, তার বুজ-বিচার করি চোৱা। [৩৯] কিয়নো, ইস্রায়েলর নিস্তারকর্ত্তা যিহোবার জীবনর শপথ, যদিও মোর পো যোনাথনর দোষত সেয়ে হল, তথাপি সিও নিশ্চয়ে মরিব। কিন্তু আটাই লোকবিলাকর মাজত কোনেও তেওঁক উত্তর নিদিলে। [৪০] পাছে তেওঁ গোটেই ইস্রায়েলক কলে, তোমালোক এফালে থাকা, ময় আরু মোর পো যোনাথন আন ফালে থাকোঁ ; তাতে লোকবিলাকে চৌলক কলে, আপোনার দৃষ্টিত যি ভাল দেখে, তাকেই করোক। [৪১] চৌলে ইস্রায়েলর ঈশ্বর যিহোবাক কলে, যথার্থ কি, তাক দেখুৱাই দিয়া ; তাতে চিঠিখেলর দ্বারায় যোনাথন আরু চৌলক নির্ণয় করা হল, কিন্তু লোকসমূহ এরা পড়িল। [৪২] তেতিয়া চৌলে কলে, মোর আরু মোর পো যোনাথনর মাজত চিঠিখেল করা ; তাতে যোনাথনক নির্ণয় করা হল। [৪৩] তেতিয়া চৌলে যোনাথনক কলে, তুমি কি করিলা, তাক মোক কোৱা ; তাতে যোনাথনে তেওঁক কলে, মোর হাতত থকা লাখুটির আগেরে যৎকিঞ্চিৎ মৌরস

লৈ স্বৰূপেই চাকিছিলোঁ। হয় ; দেখোক, মই মৰিব লগা হওঁ। ৪৪ পাছে চৌলে কলে, ঈশ্বৰে অমুক আৰু তাত্‌কৈয়ো অধিক দণ্ড মোক দিওক ; কিয়নো হে যোনাথন, তুমি অৱশ্যে মৰিব লাগিব। ৪৫ কিন্তু লোকবিলাকে চৌলক কলে, যি জনে ইস্রায়েলৰ মাজত এনে মহা-নিস্তাৰ সাধন কৰিলে, সেই যোনাথন মৰিব লাগিব নে ? এনে নহওক ; যিহোৱাৰ জীৱনৰ শপথ, তেওঁৰ মূৰৰ এডালী চুলিও মাটিত নপৰিব ; কিয়নো তেওঁ আজি ঈশ্বৰে সৈতে কাৰ্য্য কৰিলে। এই ৰূপে লোকবিলাকে যোনাথনক ৰক্ষা কৰাতে তেওঁৰ মৃত্যু নহল। ৪৬ পাছে চৌলে পলেষ্টীয়াবিলাকৰ পাছত খেদি যোৱাৰ পৰা উভটি আহিল ; আৰু পলেষ্টীয়া-বিলাকো আপোন আপোন ঠাইলৈ গুচি গল।

৪৭ চৌলে ইস্রায়েলৰ ৰাজত্ব পোৱাৰ পাছে, মোৱাবৰ, অম্মোনৰ সন্তানবিলাকৰ, ইদোমৰ, চোবাৰ ৰজাবিলাকৰ, আৰু পলেষ্টীয়াবিলাক আদি কৰি আপোনাৰ চাৰিওফালে থকা সকলো শত্ৰুবোৰৰ বিৰুদ্ধে যুদ্ধ কৰিলে ; আৰু তেওঁ যি যি ফালে মুখ ঘুৰায়, সেই সেই ফালেই সকলোকে জয় কৰে। আৰু তেওঁ পৰাক্ৰমেৰে কাৰ্য্য কৰি অমালেকীয়াবিলাকক আঘাত কৰিলে ; ৪৮ আৰু লুট কৰোঁতাবিলাকৰ হাতৰ পৰা ইস্রায়েলক উদ্ধাৰ কৰিলে।

৪৯ যোনাথন, যিচ্‌বী, আৰু মল্কীচূৱা, চৌলৰ এই তিনি জন পুতেক আছিল ; আৰু দুজনী জীয়েক আছিল ; বড় জনীৰ নাম মেৰব, আৰু সৰু জনীৰ নাম মীখল। ৫০ আৰু চৌলৰ ভাৰ্য্যাৰ নাম অহীনোৱম, তেওঁ অহীমাচৰ জীয়েক আছিল ; আৰু তেওঁৰ সেনাপতিৰ নাম অব্‌নেৰ, তেওঁ চৌলৰ দদায়েক নেৰৰ পুত্ৰ আছিল। ৫১ আৰু চৌলৰ বাপেকৰ নাম কীচ ; আৰু অব্‌-নেৰৰ বাপেকৰ নাম নেৰ, তেওঁ অবীয়েলৰ পুত্ৰ আছিল।

৫২ চৌলৰ জীৱনৰ সকলো কালত পলেষ্টীয়া-বিলাকে সৈতে ঘোৰ যুদ্ধ থকাত, চৌলে কোনো বীৰপুৰুষক আৰু কোনো বলৱান পুৰুষক দেখিলেই, তেওঁ তাক আপোনাৰ নিমিত্তে লয়।

### চৌলক ৰাজ্যৰ পৰা খেদি দিয়া।

১৫ পাছে চমূৱেলে চৌলক কলে, যিহোৱাই আপোন প্ৰজা ইস্রায়েলৰ ওপৰত ৰজা হবৰ অৰ্থে তোমাক অভিষেক কৰিবলৈ মোকেই পঠাইছিল ; এই হেতুকে এতিয়া তুমি যিহোৱাৰ বাক্য শুনা। ২ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, ইস্রায়েললৈ অমালেকে যি কৰিছিল, মিচৰৰ পৰা ইস্রায়েল-ওলাই অহা কালত সি বাটৰ মাজত তেওঁক যি ৰূপে আক্ৰমণ কৰিছিল, তালৈ মই লক্ষ্য কৰিলোঁ। ৩ এতেকে তুমি উঠি গৈ অমালেকক প্ৰহাৰ কৰা, আৰু তাৰ সকলোকে নিঃশেষে বিনষ্ট কৰা, সিহঁতলৈ দয়া নকৰিবা ; কিন্তু মটা আৰু তিৰুতা, শিশু আৰু পিয়াহ খোৱা কেঁচুৱা, গৰু, মেৰ, ছাগ, উট, আৰু গাধ, সকলোকে বধ কৰিবা।

৪ পাছে চৌলে লোকবিলাকক মতাই আনি টলায়ীমত সিবিলাকক গণনা কৰিলে ; তাতে দুই লাখ পদাতিক আৰু যিহূদাৰ দহ হাজাৰ লোক হল। ৫ পাছে চৌলে অমালেকৰ নগৰলৈ গৈ উপত্যকাত খাপ দি লুকাই থাকিল। ৬ তেতিয়া চৌলে কেনীয়াহঁতক কলে, মই যেন অমালেকীয়াহঁতৰ লগত তোমালোককো বিনষ্ট নকৰোঁ, এই নিমিত্তে তোমালোক আন ঠাইলৈ যোৱা, অমালেকীয়াহঁতৰ মাজৰ পৰা প্ৰস্থান কৰা ; কিয়নো মিচৰৰ পৰা ইস্রায়েলৰ সন্তান-বিলাক ওলাই অহা কালত তোমালোকে সিবি-লাকলৈ দয়া কৰিলা। এই হেতুকে কেনীয়াহঁত অমালেকৰ মাজৰ পৰা প্ৰস্থান কৰিলে। ৭ পাছে চৌলে হবীলাৰ পৰা মিচৰৰ সম্মুখত থকা চূৰৰ ওচৰলৈকে অমালেকীয়াহঁতক আঘাত কৰিলে। ৮ তেওঁ অমালেকীয়াহঁতৰ ৰজা অগাগক জীয়াই ধৰিলে, আৰু সকলো লোকবিলাকক তৰো-বালেৰে নিঃশেষে বিনষ্ট কৰিলে। ৯ কিন্তু চৌল আৰু লোকবিলাকে অগাগক, আৰু উত্তম উত্তম মেৰ, ছাগ, গৰু, হৃষ্টপুষ্ট দামুৰি, আৰু মেৰ পোৱালিবোৰ, আৰু আটাই উত্তম বস্তুবোৰ ৰাখিলে, সেই সকলো নিঃশেষে বিনষ্ট কৰিবলৈ সন্মত নহল ; কিন্তু যিবোৰ ঘিণলগীয়া আৰু ৰুগীয়া, সেইবোৰকহে নিঃশেষে বিনষ্ট কৰিলে।

১০ পাছে চমূৱেললৈ যিহোৱাৰ বাক্য আহিল, বোলে, ১১ মই যে চৌলক ৰজা কৰিলোঁ, তাৰ

নিমিত্তে ময় বেজার পাইছোঁ; কিয়নো তেওঁ মোর পরা বিমুখ হল, মোর আজ্ঞাবোর পালন নকরিলে। তাতে চমূৱেলর ক্রোধ হল, আৰু ওরে-রাতি যিহোৱার আগত কাতরোক্তি করিলে। [১২] পাছে চমূৱেলে চৌলর লগত সাক্ষাৎ করিবলৈ রাতিপুৱাতে উঠি যাওঁতে, চমূৱেলক এই সম্বাদ দিয়া হল, বোলে, দেখা, চৌলে কর্ম্মিললৈ আহি নিজর নিমিত্তে এটা জয়-স্তম্ভ স্থাপন করি, তার পরা ঘুরি গিল্‌গললৈ নামি গল। [১৩] পাছে চমূৱেল চৌলর ওচর পালত, চৌলে তেওঁক কলে, আপুনি যিহোৱার আশীর্ব্বাদ-প্রাপ্ত হওক; ময় যিহোৱার আজ্ঞা পালন করিলোঁ। [১৪] তাতে চমূৱেলে কলে, তেন্তে মোর কাণত মের আৰু ছাগর সেই বেবনি হৈছে কিয়? আৰু গৰুর ঘি হেম্বেলনি ময় শুনিছোঁ, সেয়ে কিয়? [১৫] চৌলে কলে, সেইবোর অমালেকীয়াহঁতর পরা অনা হৈছে; কিয়নো আপোন ঈশ্বর যিহোৱার উদ্দেশে বলিদান করিবর নিমিত্তে লোকবিলাকে উত্তম উত্তম মের ও ছাগ, আৰু উত্তম উত্তম গৰু রাখিলে; কিন্তু অবশিষ্টবোর আমি নিঃশেষে বিনষ্ট করিলোঁ। [১৬] তেতিয়া চমূৱেলে চৌলক কলে, রবা, যোৱা রাতি যিহোৱাই মোক যি কলে, তাক ময় তোমাক কওঁ; তেওঁ কলে, কওক। [১৭] পাছে চমূৱেলে কলে, যদিও তুমি আপোনার দৃষ্টিত সৰু আছিলা, তথাপি ইস্রায়েলর ফৈদবিলাকর মাজত তোমাক মুখ্য লোক করা নহল নে? আৰু যিহোৱাই তোমাক ইস্রায়েলর ওপরত রজা অভিষেক করিলে। [১৮] পাছে যিহোৱাই তোমাক যুদ্ধর বাটত পঠাই দি কলে, যোৱা, সেই পাপিষ্ঠ অমালেকীয়াহঁতক নিঃশেষে বিনষ্ট করা; আৰু সিহঁত বিনষ্ট নোহোৱালৈকে সিহঁতর অহিতে যুদ্ধ করি থাকা। [১৯] তেন্তে তুমি যিহোৱার বাক্যলৈ কিয় কাণ নিদিলা? কিয় লুটদ্রব্যলৈ উড়া মারি যিহোৱার দৃষ্টিত কু-আচরণ করিলা? [২০] তাতে চৌলে চমূৱেলক কলে, ময় দেখোন যিহোৱার বাক্যলৈ কাণ দিলোঁ; আৰু তেওঁ মোক যি বাটেদি পঠাইছিল, সেই বাটেই গলোঁ, আৰু অমালেকর রজা অগাগক আনিলোঁ, আৰু অমালেকীয়াহঁতক নিঃশেষে বিনষ্ট করিলোঁ। [২১] কিন্তু লোকবিলাকে গিল্‌গলত আপোনার ঈশ্বর যিহোৱার উদ্দেশে বলিদান করিবর অর্থে নিঃশেষে বিনষ্ট করিব লগীয়া বস্তুর আগ-ভাগ বুলি লুট-দ্রব্যর মাজর কেত্‌বোর মের, ছাগ, আৰু গৰু আনিলে। [২২] তাতে চমূৱেলে কলে, যিহোৱার বাক্য পালন করাত যেনেকৈ তেওঁ সন্তোষ পায়, তেনেকৈ হোম আৰু বলিদানত জানো তেওঁ সন্তোষ পায়? দেখা, বলিদানতকৈ আজ্ঞা-পালন উত্তম, আৰু মেরর তেলতকৈ বাক্যলৈ কাণ দিয়া উত্তম। [২৩] কিয়নো বিদ্রোহ-আচরণ করা, মঙ্গলতির পাপর তুল্য; আৰু অবশ হোৱা, দেবপূজা করা আৰু গৃহদেবতা মনার সমান। তুমি যিহোৱার বাক্য অগ্রাহ্য করিলা, এই নিমিত্তে তেৱোঁ তোমাক অগ্রাহ্য করি রজাবাবর পরা গুচালে। [২৪] পাছে চৌলে চমূৱেলক কলে, ময় পাপ করিলোঁ; কিয়নো যিহোৱার আজ্ঞা আৰু আপোনার বাক্য লঙ্ঘন করিলোঁ; কারণ ময় লোকবিলাকলৈ ভয় করি সিহঁতর কথা শুনিলোঁ। [২৫] এতিয়া ময় বিনয় করোঁ, মোর পাপ ক্ষমা করোক, আৰু আপুনি মোর লগত উলটি আহোক; ময় যিহোৱাক প্রণিপাত করোঁ। [২৬] তাতে চমূৱেলে চৌলক কলে, ময় তোমার লগত উলটি নেযাওঁ; কিয়নো তুমি, যিহোৱার বাক্য অগ্রাহ্য করিলা, আৰু যিহোৱায়ো তোমাক অগ্রাহ্য করি ইস্রায়েলর ওপরত হোৱা তোমার রজাবাব গুচালে। [২৭] তেতিয়া চমূৱেলে যাবলৈ মুখ ঘূরালত, চৌলে তেওঁর জামার দাঁতিত ধরি টনাত, সেয়ে ফাটি এরাই গল। [২৮] তাতে চমূৱেলে তেওঁক কলে, যিহোৱাই আজি তোমার পরা ইস্রায়েলর রাজত্ব টানি ফালিলে, আৰু তোমাতকৈ উত্তম তোমার এজন চুবুরীয়াক দিলে। [২৯] আৰু ইস্রায়েলর বিশ্বাস-ভূমিয়ে মিছা কথা নকয়, আৰু মন নেপালটায়; কিয়নো তেওঁ যে মন পালটাব, তেওঁ মানুহ নহয়। [৩০] তেতিয়া তেওঁ কলে, ময় পাপ করিলোঁ; তথাপি ময় বিনয় করোঁ, মোর প্রজাবিলাকর বৃদ্ধ লোকসকলর আৰু ইস্রায়েলর আগত মোর মান রাখোক, আৰু মোর লগত উলটি আহোক; ময় আপোনার ঈশ্বর যিহোৱার আগত প্রণিপাত করোঁ। [৩১] তাতে চমূৱেল চৌলর পাছত উলটি গলত, চৌলে যিহোৱার আগত প্রণিপাত করিলে।

[৩২] তার পাছে চমূয়েলে কলে, তোমালোকে অমালোকর রজা অগাগক মোর ওচরলৈ আনা। তাতে, অগাগে মৃত্যু-যন্ত্রণা গল বুলি ভাবি রঙ্গ মনেরে তেওঁর ওচরলৈ আহিল। [৩৩] চমূয়েলে কলে, তোমার তরোবালে যেনেকৈ অনেক তিরুতাক সন্তানহীনা করিলে, তেনেকৈ তিরুতাবিলাকর মাজত তোমার মাতৃও সন্তানহীনা হব; এই বুলি চমূয়েলে গিল্‌গলত যিহোবার সাক্ষাতে অগাগক ডোখর ডোখর করি কাটিলে।

[৩৪] পাছে চমূয়েল রামালৈ গল; আরু চৌল চৌলর গিবিয়ালৈ আপোনার ঘরলৈ গল। [৩৫] কিন্তু তেতিয়ারে পরা মরণ-দিনলৈকে চমূয়েলে তেওঁর লগত সাক্ষাৎ করিবলৈ নাহিল; কিয়নো চমূয়েলে চৌলর নিমিত্তে শোক করিলে। আরু যিহোবাই ইস্রায়েলর ওপরত চৌলক যে রজা করিলে, তার নিমিত্তে তেওঁ বেজার করিলে।

চমূয়েলে দায়ূদক অভিষেক করা; আরু দায়ূদ চৌলর রাজসভাত সোমোবা।

**১৬** পাছে যিহোবাই চমূয়েলক কলে, ময় চৌলক অগ্রাহ্য করি ইস্রায়েলর ওপরত হোবা তেওঁর রজাবাব গুচুবা দেখি, তুমি নো কিমান কাল চৌলর নিমিত্তে শোক করি থাকিবা? তোমার শিঙটো তেলেরে পূর করি লৈ যোবা, ময় তোমাক বৈৎ-লেহমীয়া যিচয়র ওচরলৈ পঠাওঁ; কিয়নো ময় তেওঁর পুত্রবিলাকর মাজর এজনক রজা হবর অর্থে ললোঁ। [২] তাতে চমূয়েলে কলে, ময় কেনেকৈ যাম? চৌলে যদি এই কথা শুনে, তেন্তে তেওঁ মোক বধ করিব। যিহোবাই কলে, তুমি এজনী চৈউরী গরু লগত লৈ যোবা, আরু কবা, ময় যিহোবার উদ্দেশে যজ্ঞ করিবলৈ আহিছোঁ। [৩] আরু সেই যজ্ঞলৈ যিচয়কো নিমন্ত্রণ করিবা; পাছে তুমি যি করিব লাগিব, তাক ময় তোমাক বুজাম; ময় তোমার আগত যি জনর বিষয়ে কম, তুমি মোর নিমিত্তে সেই জনকে অভিষেক করিবা। [৪] পাছে চমূয়েলে যিহোবার সেই বাক্য অনুসারে কার্য্য করিলে; যেতিয়া তেওঁ বৈৎ-লেহম পালেগৈ, তেতিয়া নগরর বৃদ্ধবিলাকে কঁপি কঁপি তেওঁক আগ বঢ়াবলৈ আহি সুধিলে, আপুনি মঙ্গলর অর্থে আহিছে নে? [৫] তেওঁ কলে, মঙ্গলর অর্থে; ময় যিহোবার উদ্দেশে যজ্ঞ করিবলৈ আহিছোঁ; তোমালোকে আপোনাবিলাকক পবিত্র করি মোর লগত যজ্ঞলৈ আহাঁ। আরু তেওঁ যিচয়র আরু তেওঁর পুত্রবিলাকক পবিত্র করি যজ্ঞলৈ নিমন্ত্রণ করিলে। [৬] পাছে সিবিলাক আহিলত, চমূয়েলে ইলীয়াবলৈ চাই মনতে কলে, যিহোবার আগত উপস্থিত হোবা এই মানুহেই অবশ্যে তেওঁর অভিষিক্ত জন। [৭] কিন্তু যিহোবাই চমূয়েলক কলে, তুমি ইয়ার মুখলৈ আরু দীর্ঘকায়লৈ দৃষ্টি নকরিবা; কারণ ময় তাক অগ্রাহ্য করিলোঁ; কিয়নো মানুহে যি রূপে চায়, যিহোবাই সেই রূপে নেচায়; কারণ মানুহে, যি দেখিব পারি, তালৈ চায়, কিন্তু যিহোবাই মনলৈ দৃষ্টি রাখে। [৮] পাছে যিচয়ে অবীনাদবক মাতি, চমূয়েলর আগেদি যাবলৈ দিলে; তাতে চমূয়েলে যিচয়ক কলে, যিহোবাই ইয়াকো মনোনীত করা নাই। [৯] পাছে যিচয়ে চম্মাক আগেদি যাবলৈ দিলে; তাতে তেওঁ কলে, যিহোবাই ইয়াকো মনোনীত করা নাই। [১০] এই রূপে যিচয়ে আপোনার পুত্রবিলাকর মাজর সাত জনক আগেদি যাবলৈ দিলে; কিন্তু চমূয়েলে যিচয়ক কলে, যিহোবাই ইবিলাকক মনোনীত করা নাই। [১১] পাছে চমূয়েলে যিচয়ক কলে, তোমার আটাইবোর সন্তান এয়ে নে? তেওঁ কলে, কেবল সরুটো বাকী আছে; দেখা, সি মের চরাইছে। চমূয়েলে যিচয়ক কলে, মানুহ পঠাই তাক অনোবা; কিয়নো সি ইয়ালৈ নাহেমানে আমি ভোজনত নবহোঁ। [১২] পাছে তেওঁ মানুহ পঠাই তেওঁক অনালে। তেওঁর বরণ অলপ রঙচীয়া, তেওঁ সুনয়ন, আরু দেখিবলৈ সুন্দর আছিল। পাছে যিহোবাই কলে, উঠা, ইয়াকে অভিষেক করা; কিয়নো ইয়েই সেই মানুহ। [১৩] তেতিয়া চমূয়েলে তেলর শিঙটো লৈ, তেওঁর ককায়েকবিলাকর মাজত তেওঁকেই অভিষেক করিলে; তাতে সেই দিনার পরা যিহোবার আত্মা অতিশয়রূপে দায়ূদত স্থিতি হল। পাছে চমূয়েল উঠি রামালৈ গল।

[১৪] কিন্তু যিহোবার আত্মা চৌলর পরা গল, আরু যিহোবার পরা অহা এক দুষ্ট আত্মাই আহি তেওঁক ব্যাকুল করিবলৈ ধরিলে। [১৫] পাছে চৌলর দাসবিলাকে তেওঁক কলে, দেখোক,

ঈশ্বরর পরা অহা এক দুষ্ট আত্মাই আপোনাক ব্যাকুল করিছে। ১৬ এই হেতুকে আমার প্রভুবে আপোনার আগত থকা দাসবিলাকক এজন নিপুণ বীণা বজাওঁতা বিচারিবলৈ আজ্ঞা করোক; পাছে, যি সময়ত ঈশ্বরর পরা অহা সেই দুষ্ট আত্মাই আপোনাক ধরিব, সেই সময়ত সেই মানুহে হাতেরে বীণা বজালে আপুনি উপশম পাব। ১৭ তাতে চৌলে আপোনার দাসবিলাকক আজ্ঞা করিলে, বারু, ভালকৈ বীণা বজাব পরা এজন লোক বিচারি মোর ওচরলৈ আনাগৈ। ১৮ তাতে দাসবিলাকর এজনে কলে, দেখোক, বৈৎলেহমীয়া যিচয়র এজন পুতেকক দেখিলোঁ; তেওঁ বীণা বজোবাত অতি পার্গত, আরু পরাক্রমী বীর, যুদ্ধারু, কথা কোবাত বিবেচক, আরু রূপবান, আরু যিহোবা তেওঁর লগত আছে। ১৯ পাছে চৌলে যিচয়র ওচরলৈ দূত পঠাই কলে, দায়ূদ নামেরে তোমার যি পুত্রই মের চরাইছে, তাক মোর ওচরলৈ পঠাই দিয়া। ২০ পাছে যিচয়ে এটা গাধত পিঠা বোজাই দি, এক মোট দ্রাক্ষারস, আরু এটা ছাগলী পোবালি লৈ আপোনার পুতেক দায়ূদর হাতত দি চৌললৈ পঠাই দিলে। ২১ পাছে দায়ূদ চৌলর ওচরলৈ আহি তেওঁর আগত থিয় হলত, তেওঁ দায়ূদক অতিশয় ভাল পাবলৈ ধরিলে; আরু দায়ূদ তেওঁর অস্ত্রবাহক হল। ২২ পাছে চৌলে যিচয়লৈ কৈ পঠালে, বোলে, ময় বিনয় করোঁ, দায়ূদক মোর আগত থাকিবলৈ দিয়া; কিয়নো সি মোর অনুগ্রহ-প্রাপ্ত হল। ২৩ পাছে, ঈশ্বরর পরা অহা দুষ্ট আত্মাই যেতিয়া চৌলক ধরে, তেতিয়া দায়ূদে বীণা লৈ হাতেরে বজায়; তাতে চৌল সুস্থ হয়, তেওঁ উপশম পায়, আরু সেই দুষ্ট আত্মাই তেওঁক এরি যায়।

দায়ূদে গলিয়াথক বধ করা।

১৭ তার পাছে পলেষ্টীয়াবিলাকে যুদ্ধ করিবলৈ আপোনার সৈন্যসামন্তক গোট খুবাই, যিহূদার অধিকারত থকা চোকোত একে লগ হৈ, চোকো আরু অজেকার মাজত এফচ-দম্মীমত ছাউনি পাতিলে। ২ চৌল আরু ইস্রায়েল লোকবিলাকে গোট খাই এলা উপত্যকাত ছাউনি পাতি, পলেষ্টীয়াবিলাকর বিরুদ্ধে সৈন্যর বেহু পাতিলে। ৩ তাতে পলেষ্টীয়াবিলাক একালে এটা পর্ব্বতত, আরু ইস্রায়েল আন ফালে আন এটা পর্ব্বতত থিয় হৈ থাকিল; আরু উভয়রে মাজত এক উপত্যকা আছিল। ৪ পাছে গাৎ-নিবাসী গলিয়াথ নামেরে ছহাত এবেগেত দীঘল এনে এজন মহাবীর পলেষ্টীয়াবিলাকর ছাউনির পরা ওলাল। ৫ তার মূরত পিত্তলর শিরোরক্ষক আছিল, আরু সি মাছর বাকলির নিচিনা জাখর পিন্ধিছিল, আরু সেই জাখরর পরিমাণ পাঁচ হাজার চেকল পিত্তল আছিল। ৬ তার ভরি পিত্তলর পতারে ঢকা, আরু তার দুই কান্ধর মাজত এপাত পিত্তলর চুঁটী জাঠি আছিল। ৭ তার বড়শার কুরা তাঁতীর টোলোঠার সমান, আরু তার বড়শাপাত ছশ চেকল জোখর লোহার আছিল, আরু তার আগে আগে তার এজন বারুবতী চলিছিল। ৮ পাছে সি থিয় হৈ, ইস্রায়েলর শ্রেণী পতা সৈন্যবিলাকর ফাললৈ রিঙিয়াই কলে, তহঁতে যুদ্ধ করিবর অর্থে বেহু পাতিবলৈ বাহির ওলাই কিয় আহিছহঁক? ময় জানো এজন পলেষ্টীয়া নহওঁ? আরু তহঁত জানো চৌলর বন্দী নহব? তহঁতে আপোনাবিলাকর নিমিত্তে এটাক বাচি ল; সি মোর ওচরলৈ নামি আহোক। ৯ সি যদি মোরে সৈতে যুদ্ধ করি জিকি মোক বধ করে, তেন্তে আমি সকলো তহঁতর বন্দী হম; কিন্তু যদি ময় তাক পরাজয় করি তাক বধ করোঁ, তেন্তে তহঁত আমার বন্দী হৈ আমার গোলাম কাম করিবি। ১০ সেই পলেষ্টীয়াই আরু কলে, আজি ময় ইস্রায়েলর সৈন্যশ্রেণীবোরক ইতিকিং করিছোঁ; তহঁতে মোক এটা মানুহ উলিয়াই দে, আমি দুয়ো যুদ্ধ করোঁ। ১১ তেতিয়া চৌল আরু গোটেই ইস্রায়েলে সেই পলেষ্টীয়ার তেনে কথা শুনি, নিরাশ হৈ অতিশয় ভয়প্রাপ্ত হল।

১২ দায়ূদ যিহূদার বৈৎ-লেহম-নিবাসী যিচয় নামেরে সেই ইফ্রাথীয়া পুরুষর পুতেক আছিল; সেই পুরুষর আঠোটা পুতেক; চৌলর দিনত সেই পুরুষ অতি বুঢ়া আরু লোকবিলাকর মাজত অতি বৃদ্ধ আছিল। ১৩ যিচয়র তিন্‌টা ডাঙর পুতেক চৌলর পাছে পাছে যুদ্ধলৈ গৈছিল; আরু যুদ্ধলৈ যোবা তেওঁর তিন্‌টা পুতেকর মাজর বড়টোর নাম ইলীয়াব, তার পাছরটোর নাম

অবীনাদব, আৰু তৃতীয়টোৰ নাম চম্মা। [১৪] আৰু দায়ূদ সবাতৈকৈ সৰু আছিল; আৰু ডাঙৰ তিনটা চৌলৰ পাছত চলোঁতা হৈছিল। [১৫] কিন্তু দায়ূদে চৌলৰ ওচৰৰ পৰা, বৈৎ-লেহমত বাপেকৰ মেৰ চৰাবৰ নিমিত্তে অহাযোৱা কৰি থাকিছিল। [১৬] আৰু সেই পলেষ্টীয়া মানুহে চল্লিশ দিনলৈকে ৰাতিপুৱা আৰু গধূলি বেলা ওচৰলৈ আহি আপোনাকে দেখা দি আছিল।

[১৭] সেই সময়ত যিচয়ে আপোনাৰ পুতেক দায়ূদক কলে, তুমি আপোন ককায়েৰাহঁতৰ নিমিত্তে এই এক ঐফা ভজা শস্য আৰু দহোটা পিঠা লৈ, ছাউনিলৈ ককায়েৰাহঁতৰ ওচৰলৈ লৰি যোৱা; [১৮] আৰু এই দহ লদা ছেনা সিবিলাকৰ গোষ্ঠীৰ সেনাপতিলৈ লৈ যোৱা; আৰু তোমাৰ ককায়েৰাহঁতৰ মঙ্গল সুধিবা, আৰু সিবিলাকৰ পৰা কোনো চিন আনিবা। [১৯] চৌল আৰু সিবিলাক, আৰু ইস্রায়েলৰ আটাইবিলাক মানুহ এলা উপত্যকাত পলেষ্টীয়াবিলাকে সৈতে যুদ্ধ কৰি আছে। [২০] পাছে দায়ূদে ৰাতিপুৱাতে উঠি মেৰবোৰ এটা ৰখীয়াৰ হাতত গতাই দি, যিচয়ৰ আজ্ঞা অনুসাৰে সেই বস্তুবোৰ লৈ গল। যি সময়ত সৈন্য ৰণলৈ ওলাই ৰণৰ নিমিত্তে ধ্বনি কৰিছিল, সেই সময়তে তেওঁ ৰথবোৰ থোৱা ঠাই পালেগৈ। [২১] তেতিয়া ইস্রায়েলে আৰু পলেষ্টীয়াবিলাকে সম্মুখাসম্মুখি হৈ ৰণলৈ বেহু পাতিছিল। [২২] পাছে দায়ূদে বস্তু-ৰখীয়াৰ হাতত আপোনাৰ বস্তুবোৰ থৈ, সৈন্যশ্ৰেণীৰ মাজলৈ লৰি গৈ আপোনাৰ ককায়েকহঁতক মঙ্গলবাদ কৰিলে। [২৩] আৰু তেওঁ সিবিলাকৰ লগত কথা হৈ থাকোঁতেই, দেখা, গাৎ-নিবাসী গলিয়াথ নামেৰে পলেষ্টীয়া মহাবীৰে পলেষ্টীয়াবিলাকৰ সৈন্যশ্ৰেণীৰ পৰা বাহিৰ হৈ আহি আগৰ দৰে কথা কলে, আৰু দায়ূদে তাক শুনিবলৈ পালে। [২৪] কিন্তু ইস্রায়েলৰ সকলো লোকে সেই মানুহক দেখি, অতিশয় ভয় কৰি তাৰ সম্মুখৰ পৰা পলাল। [২৫] আৰু ইস্রায়েল লোকবিলাকে পৰস্পৰে কলে, উঠি অহা সৌ মানুহটোক দেখিছা নে? সি নিশ্চয়ে ইস্রায়েলক ইতিকিং কৰিবলৈহে উঠি আহিল; তাক যি কোনোৱে বধ কৰিব, ৰজাই তাক অধিক ধনেৰে ধনৱান কৰিব, আৰু তাৰ লগত আপোনাৰ জীয়েকক বিয়া দিব, আৰু ইস্রায়েলৰ মাজত তাৰ পিতৃ-বংশক নিষ্কৰ কৰিব। [২৬] তেতিয়া দায়ূদে আপোনাৰ ওচৰত থিয় হৈ থকা মানুহবিলাকক সুধিলে, সেই পলেষ্টীয়াটোক বধ কৰি যি জনে ইস্রায়েলৰ পৰা অপমান দূৰ কৰিব, তালৈ কি কৰা যাব? কিয়নো সেই অচুন্নৎ পলেষ্টীয়াটো নো কোন, যে, সি জীৱন্ত ঈশ্বৰৰ সৈন্যবিলাকক ইতিকিং কৰিব? [২৭] তাতে লোকবিলাকে সেই বাক্য অনুসাৰেই তেওঁক কলে, বোলে, তাক বধ কৰাটোলৈ আমুক তামুক কৰা হব। [২৮] লোকবিলাকে সৈতে দায়ূদে কথাবাৰ্ত্তা হওঁতে, তেওঁৰ বড় ককায়েক ইলীয়াবে তেওঁৰ কথা শুনি তেওঁলৈ ক্ৰুদ্ধ হৈ কলে, তয় কিয় নামি আহিলি? পথাৰৰ মাজত সেই তাকৰীয়া মেৰকেইটাক কাৰ হাতত দি আহিলি? তোৰ আপোন-ময়মতালি আৰু মনৰ দুষ্টতা ময় জানো; কিয়নো তয় কেৱল ৰণ চাবলৈহে আহিলি। [২৯] তাতে দায়ূদে কলে, ময় নো কি কৰিলোঁ? কেৱল কথা মাথোন নহয় জানো? [৩০] পাছে তেওঁ তাৰ পৰা আন কোনোৰ মুখৰ ফাললৈ ঘূৰি সেই একে ৰূপেই সুধিলে; তাতে লোকবিলাকে আগৰ কথাৰ দৰেই উত্তৰ দিলে। [৩১] আৰু যেতিয়া দায়ূদে কোৱা কথা লোকবিলাকে শুনিলে, তেতিয়া চৌলৰ আগত তাৰ সম্বাদ দিলত, তেওঁ দায়ূদক আপোনাৰ ওচৰলৈ অনালে। [৩২] পাছে দায়ূদে চৌলক কলে, তাৰ কাৰণে কাৰো মন নিৰাশ নহওক; আপোনাৰ এই দাসে গৈ সেই পলেষ্টীয়াটোৰ লগত যুদ্ধ কৰিব। [৩৩] তাতে চৌলে দায়ূদক কলে, তুমি সেই পলেষ্টীয়াৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ যাবলৈ অসমৰ্থ; কিয়নো তুমি কেৱল লৰা, কিন্তু সি লৰা কালৰে পৰা যুদ্ধাৰু। [৩৪] তেতিয়া দায়ূদে চৌলক কলে, আপোনাৰ এই দাসে পিতৃৰ মেৰ ৰখোঁতে, এটা সিংহ আৰু এটা ভালুকো আহি জাকৰ মাজৰ পৰা মেৰ ধৰি নলে; [৩৫] তাতে ময় তাৰ পাছত খেদি গৈ তাক প্ৰহাৰ কৰি, তাৰ মুখৰ পৰা তাক ৰক্ষা কৰিলোঁ; সি মোৰ অহিতে উঠি থিয় হলত, ময় তাৰ ডাড়িত ধৰি আঘাত কৰি তাক বধ কৰিলোঁ। [৩৬] আপোনাৰ এই দাসে সিংহ আৰু ভালুক দুয়োকো মাৰিলে; এতিয়া এই অচুন্নৎ পলেষ্টীয়াটোও সেই দুটাৰ মাজৰ এটাৰ নিচিনা

হব ; কাৰণ সি জীৱন্ত ঈশ্বৰৰ সৈন্যবিলাকক ইতিকিং কৰিছে। [37]দায়ূদে আৰু কলে, যি জনাই সিংহ আৰু ভালুকৰ হাতৰ পৰা মোক ৰক্ষা কৰিলে, সেই যিহোৱাই সেই পলেষ্টীয়াটোৰ হাতৰ পৰাও মোক উদ্ধাৰ কৰিব। তাতে চৌলে দায়ূদক কলে, যোৱা, যিহোৱা তোমাৰ সঙ্গী হওক। [38]পাছে চৌলে আপোনাৰ সাজেৰে দায়ূদক সজাই তেওঁৰ মূৰত পিত্তলৰ শিৰোৰক্ষক আৰু গাত জাখৰ পিন্ধালে। [39]তেতিয়া দায়ূদে আপোনাৰ সাজৰ ওপৰত তেওঁৰ তৰোৱাল বান্ধি ফুৰিবলৈ চেষ্টা কৰিলে ; কিয়নো তেওঁ আগেয়ে তাক অভ্যাস কৰা নাই। পাছে দায়ূদে চৌলক কলে, ময় এইবোৰেৰে ফুৰিব নোৱাৰোঁ ; কিয়নো ময় ইয়াক অভ্যাস কৰা নাই। এই হেতুকে দায়ূদে সেইবোৰ সোলোকাই থলে। [40]পাছে তেওঁ আপোনাৰ লাখুটি হাতত ললে, আৰু জুৰীৰ পৰা পাঁচোটা শীতল শিল বাচি লৈ, মেৰ-ৰখীয়াৰ লাগতীয়াল বস্তু থোৱা আপোনাৰ যি জোলোঙা আছিল, তাত ভৰাই ললে ; আৰু ফিঙ্গাগছ হাতত লৈ সেই পলেষ্টীয়াটোৰ ওচৰলৈ গল। [41]তাতে সেই পলেষ্টীয়াই আগ বাঢ়ি দায়ূদৰ ওচৰ চাপিল, আৰু তাৰ আগে আগে বাৰৱতী চলিল। [42]পাছে পলেষ্টীয়াই চাৰিও-ফাললৈ চাই দায়ূদক দেখা পাই তেওঁক হেয়জ্ঞান কৰিলে ; কিয়নো তেওঁ লৰা, তেওঁৰ বৰণ অলপ ৰঙ্গচীয়া, আৰু মুখ সুন্দৰ আছিল। [43]পাছে সেই পলেষ্টীয়াই দায়ূদক কলে, ময় জানো কুকুৰ, যে, তয় লাখুটি লৈ মোৰ ওচৰলৈ আহিছ? এই বুলি সেই পলেষ্টীয়াই আপোন দেৱতাবোৰৰ নাম লৈ দায়ূদক শাও দিলে। [44]পলেষ্টীয়াই দায়ূদক আৰু কলে, তয় মোৰ ওচৰলৈ আহ ; ময় তোৰ মঙহ আকাশৰ চৰাই-বোৰক আৰু বনৰীয়া জন্তুবোৰক দিওঁ। [45]তাতে দায়ূদে সেই পলেষ্টীয়াক কলে, তুমি তৰোৱাল, বৰশা, আৰু জাঠি লৈ মোৰ ওচৰলৈ আহিছা ; কিন্তু ময় হলে, তুমি ইতিকিং কৰা ইস্ৰায়েলৰ সৈন্যশ্ৰেণীবিলাকৰ ঈশ্বৰৰ, বাহিনীবিলাকৰ যিহোৱাৰ নামেৰে তোমাৰ ওচৰলৈ আহিছোঁ। [46]আজি যিহোৱাই তোমাক মোৰ হাতত সোধাই দিব ; আৰু ময় তোমাক আঘাত কৰি তোমাৰ মূৰ ছেদন কৰিম, আৰু পলেষ্টীয়াবিলাকৰ সৈন্য-সমূহৰ শৱ আজি ময় আকাশৰ চৰাই আৰু বন-ৰীয়া জন্তুবোৰক দিম ; তাতে ইস্ৰায়েলৰ মাজত যে এজনা ঈশ্বৰ আছে, ইয়াকে গোটেই পৃথিবীয়ে জানিব। [47]আৰু যিহোৱাই তৰোৱাল ও বৰশাৰ দ্বাৰায় যে নিস্তাৰ নকৰে, তাকো এই সকলো সমাজে জানিব ; কিয়নো যুদ্ধ যিহো-ৱাৰেই, আৰু তেওঁ তোমালোকক আমাৰ হাতত সমৰ্পণ কৰিব। [48]পাছে সেই পলেষ্টীয়াই আগ বাঢ়ি দায়ূদৰ লগ পাবলৈ আহিলত, দায়ূদো বেগাই পলেষ্টীয়াৰ লগ পাবৰ নিমিত্তে সৈন্য-শ্ৰেণীৰ ফাললৈ লৰি গল। [49]পাছে দায়ূদে আপোনাৰ জোলোঙাত হাত সুমুৱাই এটা শিল উলিয়াই ফিঙ্গাত থৈ পাক দি সেই পলেষ্টীয়াৰ কঁপালত এনেকৈ মাৰিলে, যে, সেই শিল তাৰ কঁপালত বহি গল ; তাতে সি মাটিত তললৈ মুখ কৰি পৰি গল। [50]( এই ৰূপে দায়ূদে এগছ ফিঙ্গা আৰু এটা শিলেৰে সেই পলেষ্টীয়াটোক জয় কৰিলে, আৰু তাক আঘাত কৰি বধ কৰিলে ; কিন্তু দায়ূদৰ হাতত তৰোৱাল নাছিল। ) [51]তেতিয়া দায়ূদে লৰি গৈ পলেষ্টীয়া-টোৰ কোষত থিয় হৈ তাৰ তৰোৱাল কাঁকৰ পৰা উলিয়াই তাৰেই তাক বধ কৰিলে, তাৰ দ্বাৰা-য়েই তাৰ মূৰ কাটি পেলালে। তেতিয়া পলে-ষ্টীয়াবিলাকে আপোনাবিলাকৰ সেই মহাবীৰ মৰা দেখি পলাল। [52]তাৰ পাছে ইস্ৰায়েলৰ আৰু যিহূদাৰ লোকবিলাকে ওলাই জয়ধ্বনি কৰি গয়লৈকে আৰু ইক্ৰোণৰ দুৱাৰলৈকে পলেষ্টীয়া-বিলাকৰ পাছে পাছে খেদি গল ; তাতে পলে-ষ্টীয়াবিলাকৰ হত লোকবোৰ চাৰয়িমৰ বাটত গাৎ আৰু ইক্ৰোণলৈকে পৰি পৰি গল। [53]পাছে ইস্ৰায়েলৰ সন্তানবিলাকে পলেষ্টীয়া-বিলাকৰ পাছে পাছে খেদি যোৱাৰ পৰা উভটি আহি সিহঁতৰ ছাউনি লুট কৰিলে। [54]আৰু দায়ূদে সেই পলেষ্টীয়াটোৰ মূৰ যিৰূচালেমলৈ লৈ গল ; কিন্তু তাৰ ৰণৰ সাজ আপোনাৰ তাম্বুত ৰাখিলে।

দায়ূদৰ লগত যোনাথনৰ বন্ধুতা। তেওঁলৈ চৌলৰ ঈৰ্ষা।

[55]সেই পলেষ্টীয়াটোৰ বিৰুদ্ধে দায়ূদ ওলাই যোৱা দেখি, চৌলে আপোনাৰ সেনাপতি

অব্‌নেরক কলে, অব্‌নের, সেই ডেকা কার পুতেক? তাতে অব্‌নেরে কলে, মহারাজ, আপোনার জীৱনর শপথ, মই তাক কব নোৱাৰোঁ। ৫৬ পাছে রজাই কলে, তুমি সোধাছোন, সেই লরা কার পুতেক? ৫৭ পাছে দায়ূদে যেতিয়া পলেষ্টীয়াটোক বধ করি ঘূরি আহিছিল, তেতিয়া অব্‌নেরে তেওঁক ধরি চৌলর ওচরলৈ লৈ গল, আরু তেওঁর হাতত পলেষ্টীয়ার মূর আছিল। ৫৮ তাতে চৌলে তেওঁক সুধিলে, হে ডেকা, তুমি কার পুতেক? দায়ূদে উত্তর করিলে, মই আপোনার দাস বৈৎ-লেহমীয়া যিচয়র পুতেক।

১৮ চৌলে সৈতে তেওঁ কথা হৈ এঁটালত, যোনাথনর প্রাণ দায়ূদর প্রাণর লগত গঁথা হল, আরু যোনাথনে আপোন প্রাণর দরে তেওঁক প্রেম করিবলৈ ধরিলে। ২ আরু চৌলে সেই দিনা তেওঁক গ্রহণ করি, তেওঁক আপোন বাপেকর ঘরলৈ আরু উলটি যাব নিদিলে। ৩ আরু যোনাথনে দায়ূদক আপোন প্রাণর দরে প্রেম করাত, তেওঁর লগত এটা নিয়ম বান্ধিলে। ৪ আরু যোনাথনে আপোনার গাত থকা জামা সোলোকাই দায়ূদক দিলে, নিজর সাজ, এনে কি, তরোৱাল, ধনু আরু টঙালিও দিলে। ৫ পাছে চৌলে দায়ূদক যি কোনো ঠাইলৈ পঠায়, সেই ঠাইলৈকে দায়ূদ ওলাই যায়, আরু বুদ্ধিরে চলে; এই নিমিত্তে চৌলে যুদ্ধারুবিলাকর ওপরত তেওঁক অধ্যক্ষ পাতিলে, তাতে আটাই লোকে আরু চৌলর সকলো দাসবিলাকেও সন্তোষ পালে।

৬ কিন্তু সৈন্যবিলাক উলটি অহা কালত, যেতিয়া দায়ূদে পলেষ্টীয়াটোক বধ করার পরা উলটি আহিছিল, তেতিয়া চৌল রজাক আগ বঢ়াবর অর্থে ইস্রায়েলর সকলো নগরর পরা তিরুতাবিলাকে খঞ্জরি আদি বাদ্যযন্ত্র লৈ গীত গাই নাচিবাগি রঙ্গ করি করি ওলাই আহিল। ৭ সেই রঙ্গ করা তিরুতাবিলাকে গীত গাই উত্তর-প্রত্যুত্তরক্রমে কলে,

চৌলে বধিলে হাজার হাজার লোকক,
দায়ূদে বধিলে অযুত অযুত লোকক।

৮ তাতে চৌলে অতিশয় ক্রুদ্ধ হৈ, বিশেষকৈ সেই বাক্যত অসন্তোষ পাই কলে, সিহঁতে দায়ূদক অযুত অযুতক, মোক হলে হাজার হাজারক জয় করা বুলি কলে; ইয়াতে রাজত্বর বাহিরে সি নোপোৱাকৈ আরু কি থাকিল? ৯ সেই দিনরে পরা চৌলে দায়ূদক কটাক্ষেরে চালে।

১০ তার পাছদিনা ঈশ্বরর পরা অহা এটা দুষ্ট আত্মা চৌলর ওপরত স্থিতি হলত, তেওঁ বলীয়ার নিচিনাকৈ ঘরর ভিতরত কথা বকিবলৈ ধরিলে; আরু দায়ূদে আন সময়র নিচিনাকৈ হাতেরে বাদ্য বজালে। তেতিয়া চৌলর হাতত আপোন বড়শা থকাত, ১১ চৌলে সেই বড়শা মারিবলৈ টোৱাই কলে, মই দায়ূদক গড়ে সৈতে শালিম; কিন্তু দায়ূদ দুবার তেওঁর ওচরর পরা ওলাই গল। ১২ পাছে, যিহোৱাই চৌলক ত্যাগ করি দায়ূদর লগত থকাত, চৌলে দায়ূদলৈ ভয় করিলে। ১৩ এই হেতুকে চৌলে আপোনার ওচরর পরা তেওঁক দূর করি আপোনার এজন সহস্রপতি পাতিলে; তাতে তেওঁ লোকবিলাকর আগত অহা-যোৱা করিলে। ১৪ আরু দায়ূদে আপোনার আটাই কার্য্যতে বুদ্ধিরে চলিলে, আরু যিহোৱা তেওঁর লগত আছিল। ১৫ তাতে তেওঁক অতি বুদ্ধিরে কার্য্য করা দেখি তেওঁর কারণে চৌল ত্রাসযুক্ত হল। ১৬ কিন্তু গোটেই ইস্রায়েলে আরু যিহুদাই দায়ূদক ভাল পালে; কিয়নো তেওঁ সিবিলাকর আগত অহা-যোৱা করিলে।

১৭ পাছে চৌলে দায়ূদক কলে, দেখা, মেরব নামেরে মোর বড় জীক মই তোমারে সৈতে বিয়া দিম; তুমি মাথোন মোর পক্ষে সাহীয়াল হৈ যিহোৱার নিমিত্তে যুদ্ধ করা। কিয়নো চৌলে মনতে কৈছিল, মোর হাত ইয়ার অহিতে নহওক, কিন্তু পলেষ্টীয়াবিলাকর হাত ইয়ার বিরুদ্ধে হওক। ১৮ তাতে দায়ূদে চৌলক কলে, মই কোন, আরু মোর জাতি-কুটুম্ব কোন, ইস্রায়েলর মাজত মোর পিতৃর গোষ্ঠীয়েই বা কি, যে, মই মহারাজর জোঁৱাই হম? ১৯ কিন্তু চৌলর জীয়েক মেরবক বিয়া করিব লগা সময়ত, তাইক মহোলাতীয়া অদ্রীয়েলে সৈতে বিয়া দিয়া হল। ২০ পাছে চৌলর জীয়েক মীখলে দায়ূদক প্রেম করিলে; তেতিয়া, লোকবিলাকে সেই কথা চৌলক জনোৱাত, তেওঁ তাত সন্তোষ পালে। ২১ আরু চৌলে মনতে কৈছিল, তাই তালৈ যেন ফান্দস্বরূপ হয়, আরু পলেষ্টীয়াবিলাকর হাতো

যেন তাৰ বিৰুদ্ধে হয়, এই নিমিত্তে ময় তাক মোৰ জীক দিম। এই হেতুকে চৌলে দায়ূদক কলে, তুমি আজি দ্বিতীয়বাৰ মোৰ জোঁৱাই হোৱা। [২২] আৰু চৌলে আপোনাৰ দাস-বিলাকক আজ্ঞা দি কলে, তোমালোকে গুপুতে দায়ূদক এই কথা কোৱা, দেখা, ৰজা তোমাত সন্তুষ্ট আছে, আৰু তেওঁৰ আটাই দাসে তোমাক ভাল পায়; এই হেতুকে তুমি ৰজাৰ জোঁৱাই হোৱা। [২৩] তাতে, চৌলৰ দাসবিলাকে দায়ূদৰ আগত সেইবোৰ কথা কলত, দায়ূদে কলে, ৰজাৰ জোঁৱাই হোৱা লঘু বিষয় বুলি তোমালোকে ভাবিছা নে? ময় দৰিদ্ৰ মানুহ, মোৰ অলপ মান্য। [২৪] পাছে চৌলৰ দাসবিলাকে তেওঁক কলে, দায়ূদে এই এই ৰূপে কথা কলে। [২৫] তেতিয়া চৌলে কলে, তোমালোকে দায়ূদক এই ৰূপে কোৱাগৈ, যে, ৰজাই একো গা-ধন নোখোজে, ৰজাৰ শত্ৰুবোৰৰ প্ৰতিকাৰ সাধিবৰ নিমিত্তে পলেষ্টীয়াবিলাকৰ এশ লিঙ্গাগ্ৰ-চৰ্ম্ম মাথোন খুজিছে; ইয়াতে পলেষ্টীয়াবিলাকৰ হাতৰ দ্বাৰায় দায়ূদক বধ কৰাবলৈ চৌলৰ ভাব আছিল। [২৬] পাছে, তেওঁৰ দাসবিলাকে দায়ূদক সেই কথা কলত, দায়ূদে ৰজাৰ জোঁৱাই হবলৈ সন্তোষ পালে। তাৰ পাছে নিৰূপিত কাল পূৰ নৌ হওঁতেই, [২৭] দায়ূদে আপোনাৰ লোক-বিলাকে সৈতে উঠি গৈ পলেষ্টীয়াবিলাকৰ দুশ জনক বধ কৰি, ৰজাৰ জোঁৱাই হবৰ নিমিত্তে তেওঁ পূৰ সংখ্যাৰ দৰে সিহঁতৰ লিঙ্গাগ্ৰ-চৰ্ম্ম আনি ৰজাক দিলে; তাতে চৌলে তেওঁৰ লগত আপোন জীয়েক মীখলক বিয়া দিলে। [২৮] পাছে যিহোৱা যে দায়ূদৰ লগত আছে, আৰু চৌলৰ জীয়েক মীখলে যে তেওঁক প্ৰেম কৰিলে, ইয়াকে চৌলে স্পষ্টকৈ বুজিলে। [২৯] তাতে, দায়ূদৰ কাৰণে আগতকৈ চৌলৰ আৰু ভয় হোৱাত, তেওঁ জীৱনৰ সকলো কালত দায়ূদৰ শত্ৰু হৈ থাকিল।

[৩০] পাছে পলেষ্টীয়াবিলাকৰ অধ্যক্ষবিলাক ওলাবলৈ ধৰিলে; কিন্তু যিমানবাৰ ওলাই আহে, সিমানবাৰ চৌলৰ দাসবিলাকৰ মাজত সকলোতকৈ দায়ূদে বুদ্ধিৰে চলে; তাতে তেওঁৰ নাম অতিশয় মান্য হল।

দায়ূদে সৈতে চৌলৰ অলপদিনীয়া মিলন।
দায়ূদ পলাই যোৱা।

**১৯** পাছে চৌলে আপোন পুত্ৰ যোনাথনৰ আৰু আপোনাৰ সকলো দাসবিলাকৰ আগত দায়ূদক বধ কৰিবৰ কথা কলে। [২] কিন্তু চৌলৰ পুত্ৰ যোনাথনে দায়ূদক অতিশয় প্ৰেম কৰিলে; আৰু যোনাথনে দায়ূদক কলে, মোৰ পিতৃ চৌলে তোমাক বধ কৰিবলৈ চেষ্টা কৰিছে; এই হেতুকে ময় বিনয় কৰোঁ, তুমি ৰাতিপুৱা সাৱধান হবা, আৰু কোনো গুপুত ঠাইত আশ্ৰয় লৈ লুকাই থাকিবাগৈ। [৩] আৰু তুমি যি পথাৰত থাকিবা, সেই ঠাইলৈকে ময় ওলাই যাম, আৰু মোৰ পিতৃৰ কোষত থিয় হৈ তোমাৰ বিষয়ে পিতৃৰ লগত কথাবাৰ্ত্তা হোৱাৰ পাছে, তেওঁ কি কয়, তাক বুজি ময় তোমাক কম। [৪] তাৰ পাছে যোনাথনে আপোন পিতৃ চৌলৰ আগত দায়ূদৰ পক্ষে ভাল কথা কলে; তেওঁ কলে, মহাৰাজে আপোন দাস দায়ূদৰ বিৰুদ্ধে পাপ নকৰোক; কিয়নো তেওঁ আপোনাৰ অহিতে পাপ কৰা নাই, কিন্তু তেওঁৰ সকলো কৰ্ম্ম আপোনাৰ পক্ষে অতি মঙ্গলজনক। [৫] কিয়নো তেওঁ আপোন প্ৰাণ আঁচলৰ আগত বান্ধি লৈ পলেষ্টীয়াটোক বধ কৰিলে; তাতে যিহোৱাই গোটেই ইস্ৰায়েলৰ পক্ষে মহানিস্তাৰ সাধন কৰিলে; তাকে দেখি আপুনি আনন্দ কৰিছিল; এই হেতুকে এতিয়া অকাৰণে দায়ূদক বধ কৰি নিৰ্দ্দোষীৰ ৰক্তপাত কৰি কিয় পাপ কৰিব খুজিছে? [৬] তাতে চৌলে যোনাথনৰ কথা শুনি শপথ খাই কলে, যিহোৱাৰ জীৱনৰ শপথ, তাক বধ কৰা নহব। [৭] পাছে যোনাথনে দায়ূদক মাতি আনি সেই আটাই কথা তেওঁক জনালে। আৰু যোনাথনে দায়ূদক চৌলৰ ওচৰলৈ আনিলে; তাতে তেওঁ আগৰ দৰে তেওঁৰ সাক্ষাতে থাকিল।

[৮] তাৰ পাছে পুনৰায় ৰণ ওলালত, দায়ূদে বাহিৰ হৈ গৈ পলেষ্টীয়াবিলাকে সৈতে যুদ্ধ কৰি সিহঁতৰ মাজত মহা-সংহাৰ কৰিলে; তাতে তেওঁৰ সম্মুখৰ পৰা সিহঁত পলাই গল। [৯] পাছে যি সময়ত চৌলে বৰ্চ্ছা হাতত লৈ আপোনাৰ ঘৰত বহি আছিল, আৰু দায়ূদে হাতেৰে বাদ্য বজাই আছিল, সেই সময়ত যিহোৱাৰ পৰা অহা এটা দুষ্ট আত্মা তেওঁত স্থিতি হলত, [১০] চৌলে বৰ্চ্ছাৰে

দায়ূদক গড়ে সৈতে শালিবলৈ চেষ্টা কৰিলে; কিন্তু তেওঁ চৌলৰ সন্মুখৰ পৰা হুঁহকি যোৱাত, তেওঁৰ বৰ্চ্ছা গড়ত সোমাল; আৰু দায়ূদ পলাই গৈ সেই ৰাতি সাৰিল। [11] দায়ূদক ৰখি থাকিবলৈ, আৰু ৰাতিপুৱা তেওঁক বধ কৰিবলৈ চৌলে দায়ূদৰ ঘৰৰ গুৰিলৈ দূত পঠালে; কিন্তু দায়ূদৰ ভাৰ্য্যা মীখলে তেওঁক বাৰ্ত্তা দি কলে, তুমি যদি এই ৰাতিয়েই আপোন প্ৰাণ ৰক্ষা নকৰা, তেন্তে কাইলৈ মৰা পৰিবা। [12] পাছে মীখলে এখন খিলিকি দুৱাৰেদি দায়ূদক নমাই দিলে; তাতে তেওঁ পলাই গৈ ৰক্ষা পালে। [13] আৰু মীখলে গৃহদেৱতাৰ মূৰ্ত্তিটো লৈ শয্যাত শয়ন কৰালে, আৰু তাৰ মূৰত ছাগলীৰ নোমৰ গাঁৰু এটা দি তাক কাপৰখনেৰে ঢাকি ৰাখিলে। [14] পাছে চৌলে দায়ূদক ধৰিবলৈ দূতবিলাকক পঠালত, মীখলে কলে, তেওঁ নৰীয়া পৰিছে। [15] তাতে চৌলে দায়ূদক চাবলৈ দূতবিলাকক পঠাই কলে, ময় বধ কৰিবৰ নিমিত্তে তাক খাটে সৈতে মোৰ ওচৰলৈ আনাগৈ। [16] পাছে দূতবিলাকে ভিতৰলৈ গৈ শয্যাত সেই গৃহদেৱতাৰ মূৰ্ত্তি আৰু তাৰ মূৰত ছাগলীৰ নোমৰ গাঁৰু দেখিলে। [17] তেতিয়া চৌলে মীখলক কলে, তয় মোক কিয় এই ৰূপে প্ৰবঞ্চনা কৰিলি? মোৰ শত্ৰুক কিয় পলাই সাৰিবলৈ দিলি? তাতে মীখলে চৌলক উত্তৰ দি কলে, তেওঁ মোক কৈছিল, মোক যাবলৈ দে, ময় কিয় তোক বধ কৰিম?

[18] ইয়াৰ ভিতৰতে দায়ূদে পলাই ৰক্ষা পাই ৰামালৈ চমূৱেলৰ ওচৰলৈ গৈ, আপোনালৈ চৌলে কৰা সকলো ব্যৱহাৰৰ কথা তেওঁক জনালে। তাৰ পাছে তেওঁ আৰু চমূৱেল দুয়ো গৈ নায়োতত নিবাস কৰিলে। [19] পাছে দেখা, দায়ূদ ৰামাত থকা নায়োতত আছে, এই বুলি কোনোবাই চৌলক কলত, [20] চৌলে দায়ূদক ধৰিবলৈ দূতবিলাকক পঠালে; তাতে দূতবিলাকে যেতিয়া ভাববাণী প্ৰচাৰ কৰা ভাববাদীদলক আৰু সিবিলাকৰ অধ্যক্ষস্বৰূপে থিয় হোৱা চমূৱেলক দেখিলে, তেতিয়া ঈশ্বৰৰ আত্মা চৌলৰ দূতবিলাকত স্থিতি হলত, সিবিলাকেও ভাববাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। [21] পাছে তাৰ বাৰ্ত্তা চৌলক দিলত, তেওঁ আন দূতবিলাকক পঠালে; কিন্তু সিবিলাকেও ভাববাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। পাছে চৌলে তৃতীয়বাৰ দূত পঠালত, সিবিলাকেও ভাববাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। [22] তাতে তেওঁ নিজে ৰামালৈ গৈ চেখুত থকা ডাঙৰ নাদটোৰ কোষ পাই, চমূৱেল আৰু দায়ূদ ক'ত আছে? এই বুলি সুধিলে। তাতে লোকবিলাকে কলে, দেখোক, তেওঁবিলাক ৰামাত থকা নায়োতত আছে। [23] পাছে চৌল ৰামাত থকা নায়োতলৈ গল, আৰু ঈশ্বৰৰ আত্মা তেওঁতো স্থিতি হলত, ৰামাত থকা নায়োত নোপোৱালৈকে গৈ গৈ তেৱোঁ ভাববাণী প্ৰচাৰ কৰিলে। [24] আৰু আপোনাৰ কাপৰ সোলোকাই চমূৱেলৰ আগত ভাববাণী প্ৰচাৰ কৰিলে, আৰু সেই গোটেই ৰাতি গোটেই দিন উদং গাৰে পৰি থাকিল। এই কাৰণে লোকবিলাকে কয়, চৌলো জানো ভাববাদীবিলাকৰ মাজৰ এজন?

দায়ূদে সৈতে চৌলক পুনৰায় মিলাবলৈ যোনাথনে চেষ্টা কৰা।

**২০** ইয়াৰ ভিতৰতে দায়ূদে ৰামাত থকা নায়োতৰ পৰা পলাই যোনাথনৰ ওচৰলৈ আহি কলে, ময় নো কি কৰিলোঁ? তোমাৰ পিতৃৰ গুৰিত মোৰ অপৰাধ কি, মোৰ পাপ কি, যে, তেওঁ মোৰ প্ৰাণ লবলৈ চেষ্টা কৰিছে? [2] তাতে তেওঁ কলে, সেয়ে নহওক, তুমি নমৰিবা; দেখা, মোৰ পিতৃয়ে মোৰ আগত প্ৰকাশ নকৰাকৈ বড় কি সৰু একো কাৰ্য্য নকৰে; তেন্তে মোৰ পিতৃয়ে এই কথা কেলেই মোৰ পৰা গুপুতে ৰাখিব? সেয়ে হব নোৱাৰে। [3] তেতিয়া দায়ূদে শপথ কৰি কলে, ময় তোমাৰ দৃষ্টিত যে অনুগ্ৰহপ্ৰাপ্ত হৈছোঁ, তাক তোমাৰ পিতৃয়ে ভালকৈ জানি আছে; এই কাৰণে কয়, যোনাথনে এই কথা নেজানোক, জানিলে সি অসন্তোষ পাব। কিন্তু যিহোৱাৰ জীৱনৰ আৰু তোমাৰ জীৱনৰ শপথ, মোৰ আৰু মৃত্যুৰ মাজত নিশ্চয়ে এখোজহে অন্তৰ আছে। [4] তেতিয়া যোনাথনে দায়ূদক কলে, তোমাৰ মনত যিহকে বাঞ্ছা কৰা, ময় তোমাৰ নিমিত্তে তাকেই কৰিম। [5] তেতিয়া দায়ূদে যোনাথনক কলে, দেখা, কাইলৈ ন জোন ওলাব; তাতে ময়েই ৰজাৰ

লগত ভোজনত বহিব লাগিব; কিন্তু তুমি মোক যাবলৈ দিয়া, ময় তৃতীয় দিনর গধূলি পরলৈকে পথারত লুকাই থাকোঁগৈ। ৬ তাতে, তোমার পিতৃয়ে যদি ময় নথকালৈ মন করে, তেন্তে তুমি কবা, দায়ূদে আপোন নগর বৈৎ-লেহমলৈ বেগাই যাবর নিমিত্তে মোর আগত বড় আগ্রহেরে অনুমতি খুজিলে; কিয়নো সেই ঠাইত গোটেই গোষ্ঠীর নিমিত্তে এটা বছরেকীয়া যজ্ঞ হৈছে। ৭ তাতে তেওঁ যদি কয়, বারু; তেন্তে তোমার এই দাসর মঙ্গল হব; নতুবা যদি তেওঁর ক্রোধ হয়, তেন্তে তেওঁর দ্বারায় অমঙ্গল স্থির করা হৈছে, ইয়াকে বুজিবা। ৮ এই হেতুকে তুমি এই আপোন দাসলৈ অনুগ্রহ করিবা; কিয়নো তুমি তোমার এই দাসক তোমারে সৈতে যিহোৱার এক নিয়মেরে বদ্ধ করিলা। তথাপি যদি মোর কোনো অপরাধ থাকে, তেন্তে তুমি নিজেই মোক বধ করা; তোমার পিতৃর ওচরলৈ মোক নিয়ার প্রয়োজন কি? ৯ তাতে যোনাথনে কলে, এনে ভয় তোমার পরা দূর হওক; কিয়নো মোর পিতৃয়ে তোমালৈ অমঙ্গল ঘটাবলৈ স্থির করা কথা যদি ময় কেনেবাকৈ জানিব পারোঁ, তেন্তে ময় জানো তোমাক কৈ নিদিম? ১০ তেতিয়া দায়ূদে যোনাথনক কলে, দৈবাৎ তোমার পিতৃয়ে তোমাক কটু উত্তর দিলে, তাক কোনে মোক কব? ১১ পাছে যোনাথনে দায়ূদক কলে, আহাঁ, আমি পথারলৈ ওলাই যাওঁহঁক; তাতে তেওঁবিলাক দুয়ো পথারলৈ ওলাই গল।

১২ পাছে যোনাথনে দায়ূদক কলে, ময় ইস্রায়েলর ঈশ্বর যিহোৱাক সাক্ষী করি কৈছোঁ, যে, কাইলৈ বা পর্শুইলৈ অনুমান এই সময়ত মোর পিতৃর মন চাম; তাতে, তোমালৈ অনুগ্রহ থকার প্রমাণ পালে, ময় তেতিয়াই তোমালৈ মানুহ পঠাই তাক তোমার কাণত নেপেলাম নে? ১৩ যদি তোমার অমঙ্গল করিবলৈ মোর পিতৃর মন থাকে, আরু ময় তাক তোমার কাণত নেপেলাওঁ, তেন্তে যিহোৱাই যোনাথনক অমুক আরু তাতকৈয়ো অধিক দণ্ড দিওক; তেনেকুৱা হলে, তোমাক বিদায় দিম; তাতে তুমি কুশলে যাবা; আরু যিহোৱা মোর পিতৃর লগত থকার দরে তোমারো লগত থাকোক। ১৪ ময় নমরিবর নিমিত্তে, তুমি যে কেৱল ময় জীয়াই থকা কালত যিহোৱার অনুগ্রহ মোলৈ দেখুৱাবা, সেয়ে নহয়; ১৫ কিন্তু মোর বংশলৈকো দয়া করিবলৈ কেতিয়াও ত্রুটি নকরিবা; এনে কি, যেতিয়া যিহোৱাই দায়ূদর শত্রুবোরর প্রতিজনক পৃথিবীর পরা উচ্ছন্ন করিব, তেতিয়াও নকরিবা। ১৬ এই রূপে, যিহোৱাই দায়ূদর শত্রুবোরর হাতর পরা প্রতিশোধ লওক বুলি কৈ যোনাথনে দায়ূদর বংশই সৈতে এটা নিয়ম বান্ধিলে। ১৭ পাছে যোনাথনে দায়ূদলৈ হোৱা আপোন প্রেমর কারণে পুনরায় তেওঁক শপথ করালে; কিয়নো তেওঁ আপোন প্রাণর দরে তেওঁক প্রেম করিছিল। ১৮ পাছে যোনাথনে দায়ূদক কলে, কাইলৈ ন জোন ওলাব; তাতে তোমার আসন শূন্য থাকিলে, তুমি নথকা প্রকাশ পাব। ১৯ তুমি পর্শুইলৈ অতি বেগাই নামি আহি, পূর্ব্বকার্য্যর দিনা যি ঠাইত লুকাই আছিলা, সেই ঠাই পাই এজল নামেরে শিলটোর গুরিতে থাকিবা। ২০ ময় নিচান করি মরার ছলেরে তার কোষলৈ তিনটা কাঁর মারিম। ২১ পাছে দেখা, ময় লরাটোক পঠাই কম, তয় গৈ সেই কাঁরবোর বুটলি আনগৈ। তাতে, দেখ, তোর এই ফালে কাঁর কেইডাল আছে, তাক তুলি আন, এনে কথা যদি ময় সেই লরাটোক কওঁ, তেন্তে তুমি আহিবা; কিয়নো যিহোৱার জীৱনর শপথ, তোমার মঙ্গলহে, কোনো ভয় নাই। ২২ কিন্তু দেখ, তোর সিফালে কাঁর আছে, এনে কথা যদি ময় সেই লরাটোক কওঁ, তেন্তে তুমি আপোন বাটেদি গুচি যাবা; কিয়নো যিহোৱাই তোমাক বিদায় করিছে। ২৩ আরু দেখা, তোমার আরু মোর মাজত হোৱা এই কথোপকথনর বিষয়ে যিহোৱা সর্ব্বদায় তোমারে আরু মোরে মাজত সাক্ষী আছে।

২৪ পাছে দায়ূদ পথারত লুকাই থাকিল; আরু ন জোন ওলালত রজা ভোজনত বহিল। ২৫ আরু রজাই আন কালর নিচিনাকৈ আপোনার আসনত অর্থাৎ দেৱালর ওচরত থকা আসনত বহিল; পাছে যোনাথন উঠি থিয় হল, আরু অব্‌নের চৌলর কোষত বহিল, কিন্তু দায়ূদর ঠাই শূন্য হৈ থাকিল। ২৬ তথাপি সেই দিনা চৌলে একোকেই নকলে; কিয়নো তেওঁ মনতে ভাবিলে, তার কিবা ঘটিছে, সি শুচি নহয়, সি

অৱস্থে অশুচি হৈ আছে। ২৭ ন জোনর পাছদিনা অর্থাৎ মাহর দ্বিতীয় দিনাও দায়ূদর ঠাই শূন্য থকাত, চৌলে আপোনার পুত্র যোনাথনক সুধিলে, যিচয়র পুতেক কালি আরু আজিও ভোজলৈ কিয় অহা নাই? ২৮ তাতে যোনাথনে উত্তর দি চৌলক কলে, দায়ূদে বৈৎ-লেহমলৈ যাবর নিমিত্তে বড় আগ্রহেরে মোর পরা অনুমতি খুজিলে, ২৯ আরু কৈছিল, ময় মিনতি করিছোঁ, মোক যাবলৈ দিয়া; কিয়নো নগরত আমার গোষ্ঠীর এক যজ্ঞ হব, আরু মোর ককায়ে মোক তাত উপস্থিত হবলৈ আজ্ঞা করিছে; এই হেতুকে ময় যদি তোমার দৃষ্টিত অনুগ্রহপ্রাপ্ত হৈছোঁ, তেন্তে বিনয় করোঁ, মোক যাবলৈ দিয়া; ময় আপোন ভাইবিলাকক বেগাই চাই আহোঁগৈ। এই কারণে তেওঁ মহারাজর মেজলৈ অহা নাই। ৩০ তেতিয়া যোনাথনলৈ চৌলর ক্রোধ জ্বলি উঠিলত, তেওঁ যোনাথনক কলে, হের বিপথগামিনী আরু বিদ্রোহিনী তিরুতার পুতেক, তয় আপোন লাজ, আরু তোর মারক বিবস্ত্র করার লাজ প্রকাশ করিবলৈ যে যিচয়র পুতেকক মনোনীত করিলি, তাক জানো ময় নেজানো? ৩১ কিন্তু যিচয়র পুতেক যেতিয়া-লৈকে পৃথিবীত জীয়াই থাকিব, তেতিয়ালৈকে তয় থিরে থাকিব নোবারিবি, আরু তোর রাজ্যও থিরে নেথাকিব; এই হেতুকে এতিয়া মানুহ পঠাই তাক মোর আগলৈ আন; কিয়নো সি মরিবই লাগিব। ৩২ তাতে যোনাথনে উত্তর করি আপোনার বাপেক চৌলক কলে, তেওঁ কিয় মরিব? ৩৩ তেওঁ নো কি করিলে? কিন্তু চৌলে তেওঁক মারিবলৈ তেওঁর ফাললৈ বড়শা টোবালে। তাতে বাপেক চৌলে দায়ূদক বধ করিবলৈ স্থির করিছে, ইয়াকে যোনাথনে বুজিলে। ৩৪ তেতিয়া যোনাথনে অতিশয় ক্রুদ্ধ হৈ মেজর পরা উঠি গল, মাহর সেই দ্বিতীয় দিনা একো ভোজন নকরিলে; কিয়নো দায়ূদর কারণে তেওঁ মনত বেজার পালে, কারণ তেওঁর বাপেকে তেওঁক অপমান করিছিল।

৩৫ পাছে রাতি পুৱালত, যোনাথনে এটী সরু লরাক লগত লৈ বাহির ওলাই, পথারলৈ দায়ূদে সৈতে নিরূপণ করা ঠাইলৈ গল। ৩৬ আরু তেওঁ আপোনার লরাটীক কলে, ময় যি যি কাঁর মারিম, তয় লরি গৈ তাক বুটলি আনিবি; তাতে লরাটীয়ে লর মারোঁতে, তেওঁ তার সিফালে পরাকৈ কাঁর মারিলে। ৩৭ আরু লরাটী গৈ যোনাথনে মরা কাঁরর ওচর পালত, যোনাথনে লরাটীক মাতি কলে, তোর সিফালে জানো কাঁর নাই? ৩৮ পাছে যোনাথনে আকৌ লরাটীক মাতি কলে, বেগাই লরি আহ, পলম নকরিবি; তাতে যোনাথনর সেই লরাটীয়ে কাঁরবোর বুটলি লৈ আপোন গরাকীর ওচরলৈ আহিল। ৩৯ কিন্তু সেই লরাটীয়ে একোকে নেজানিলে; সেই বিষয় কেৱল যোনাথন আরু দায়ূদর জনা আছিল। ৪০ পাছে যোনাথনে আপোনার ধনু কাঁর আদি আপোনার সেই লরাটীক দি কলে, এইবোর নগরলৈ লৈ যা। ৪১ লরাটী যোৱামাত্রে, দক্ষিণফালে থকা কোনো ঠাইর পরা দায়ূদে ওলাই আহি তললৈ মুখ করি পড়ি তিনিবার প্রণিপাত করিলে, আরু সিবিলাকে ইজনে সিজনে চুমা খোৱাখুই করি পড়ি ক্রন্দন করিলে; দায়ূদে অধিকৃকৈ ক্রন্দন করিলে। ৪২ পাছে যোনাথনে দায়ূদক কলে, তুমি কুশলে যোৱা; কিয়নো আমি দুয়ো যিহোৱার নামেরে এই শপথ করিলোঁ, যে, যিহোৱা মোরে তোমারে মাজত, আরু মোর বংশরে ও তোমার বংশরে মাজত সদাকাল থাকিব। পাছে তেওঁ উঠি গুচি গল, আরু যোনাথন নগরত সোমাল।

নোব আরু গাতলৈ দায়ূদ পলাই যোৱা।

২১ পাছে দায়ূদ নোবলৈ অহীমেলক পুরোহিতর ওচরলৈ আহিল; তাতে অহীমেলকে কঁপি কঁপি দায়ূদর লগত সাক্ষাৎ করি, তেওঁক কলে, তুমি অকলে কিয়? তোমার লগত কোনো নাই দেখোন? ২ তাতে দায়ূদে অহীমেলক পুরোহিতক কলে, রজাই মোক কোনো কার্য্যর ভার দি কলে, ময় তোমাক যি কার্য্যর নিমিত্তে পঠাইছোঁ, আরু যি আদেশ করিছোঁ, তার একো কথা কোনেও নেজানোক; আরু মোর লগর ডেকা কেইজনক ময় অমুক তমুক ঠাইলৈ যাবলৈ দিলোঁ। ৩ এতিয়া তোমার ইয়াত কি আছে? পাঁচোটা পিঠাই হওক, বা আন যি হওক, তাক মোর হাতত

দিয়া। [৪] তাতে পুৰোহিতে দায়ূদক উত্তৰ কৰিলে, মোৰ ইয়াত সাধাৰণ পিঠা নাই, অকল পবিত্ৰ পিঠা আছে; যদি সেই ডেকাবোৰ কেৱল তিৰুতাৰ পৰা পৃথক হৈ আছে, তেন্তে তাকে দিব পাৰোঁ। [৫] তেতিয়া দায়ূদে পুৰোহিতক উত্তৰ দি কলে, স্বৰূপেই প্ৰায় এই তিনি দিন আমাৰ পৰা তিৰুতা মানুহ পৃথক আছে; যেতিয়া ময় ওলাই আহিলোঁ, তেতিয়া, যাত্ৰা সাধাৰণ হলেও, ডেকাবোৰৰ পাত্ৰ পবিত্ৰ আছিল; এতেকে আজি সিবিলাকৰ পাত্ৰবিলাক আৰু কিমান বা পবিত্ৰ! [৬] তাতে পুৰোহিতে তেওঁক পবিত্ৰ পিঠা দিলে; কিয়নো আগৰ পিঠা তুলি নিবৰ দিনা, তপত পিঠা ৰাখিবৰ নিমিত্তে যি দৰ্শন-পিঠা যিহোৱাৰ আগৰ পৰা গুচুৱা হৈছিল, সেই দৰ্শন-পিঠাৰ বাহিৰে সেই ঠাইত আন পিঠা নাছিল। [৭] সেই দিনা চৌলৰ দাসবিলাকৰ মাজৰ ইদোমীয়া দোৱেগ নামেৰে এজন লোক যিহোৱাৰ সাক্ষাতে, কোনো গতিকে যাব নোৱৰা হৈ আছিল; সি চৌলৰ প্ৰধান পশুপালক। [৮] পাছে দায়ূদে অহীমেলকক কলে, তোমাৰ এই ঠাইত বৰশা বা তৰোৱাল একো নাই নে? কিয়নো, ময় ৰজাৰ কাৰ্য্য বেগাই কৰিব লগা হোৱাত, ময় আপোন তৰোৱাল বা অস্ত্ৰ লগত আনিবলৈ নহল। [৯] তাতে পুৰোহিতে কলে, এলা উপত্যকাত তুমি যাক বধ কৰিছিলা, সেই পলেষ্টীয়া গলিয়াথৰ তৰোৱাল আছে; দেখা, সেয়ে এফোদৰ পাছফালে কাপৰেৰে মেৰোৱা আছে। তাকে যদি নিব খোজা, তেন্তে নিয়া; কিয়নো তাৰ বাহিৰে আন তৰোৱাল ইয়াত নাই। তাতে দায়ূদে কলে, তাৰ সমান আৰু নাই; তাকে মোক দিয়া।

[১০] তাৰ পাছে দায়ূদ উঠি চৌলৰ ভয়ত পলাই সেই দিনাই গাতৰ ৰজা আখীচৰ ওচৰলৈ গল। [১১] তাতে আখীচৰ দাসবিলাকে তেওঁক কলে, এই মানুহ জানো দেশৰ ৰজা দায়ূদ নহয়?

চৌলে বধিলে হাজাৰ হাজাৰ লোকক,
দায়ূদে বধিলে অযুত অযুত লোকক,

এই বুলি লোকে উত্তৰ-প্ৰত্যুত্তৰ কৰি, নাচি নাচি ইয়াৰ বিষয়ে জানো গান কৰা নাই? [১২] তেতিয়া দায়ূদে সেই কথা মনত ৰাখি গাতৰ ৰজা আখীচলৈ অতিশয় ভয় কৰিলে। [১৩] পাছে তেওঁ বুদ্ধিৰে সিহঁতৰ আগত বিপৰীত ভাব দেখুৱালে; তেওঁ সিহঁতৰ ওচৰত থাকোঁতে, দুৱাৰত আঁকি আৰু আপোনাৰ ডাঢ়িৰ ওপৰত লালটি বোৱাই বলীয়া যেন দেখুৱালে। [১৪] তাতে আখীচে আপোনাৰ দাসবিলাকক কলে, দেখা, ই যে বলীয়া, তাক তোমালোকে দেখিবলৈ পাইছা; তেন্তে ইয়াক মোৰ ওচৰলৈ কিয় আনিলা? [১৫] মোৰ জানো বলীয়া মানুহৰ অভাব আছে, যে, মোৰ ওচৰত উন্মত্তৰ ব্যৱহাৰ কৰিবলৈ তোমালোকে ইয়াক আনিলা? এই মানুহ মোৰ গৃহত সোমাব নে?

দায়ূদে মোৱাব আৰু যিহূদাত বাস কৰা।
পুৰোহিতবিলাকক বধ কৰা।

**২২** পাছে দায়ূদে তাৰ পৰা গুচি গৈ, অদুল্লম নামেৰে এটা গুহাত আশ্ৰয় ললে; তাতে তেওঁৰ ককায়েকবিলাক আদি কৰি সকলো পিতৃবংশই তাক শুনি, সেই ঠাইলৈ তেওঁৰ ওচৰলৈ নামি গল। [২] আৰু দুঃখ পোৱা, ধৰুৱা, আৰু বেজাৰ পোৱা আটাই লোক তেওঁৰ ওচৰত গোট খালে; তাতে তেওঁ সিহঁতৰ অধিপতি হল; এই ৰূপে প্ৰায় চাৰি শ লোক তেওঁৰ সঙ্গী হল।

[৩] পাছে দায়ূদে তাৰ পৰা মোৱাবৰ মিস্পিলৈ গৈ মোৱাবৰ ৰজাক কলে, ময় বিনয় কৰোঁ, ঈশ্বৰে মোলৈ কি কৰিব, তাক জ্ঞাত নহওঁমানে, মোৰ পিতৃ-মাতৃয়ে ওলাই আপোনালোকৰ মাজত প্ৰবাস কৰিবলৈ সিবিলাকক অনুমতি দিওক। [৪] পাছে তেওঁ সিবিলাকক মোৱাবৰ ৰজাৰ আগলৈ নিলে; তাতে, যেতিয়ালৈকে দায়ূদ সেই দুৰ্গম ঠাইত থাকিল, তেতিয়ালৈকে সিবিলাকে ৰজাৰ লগত প্ৰবাস কৰিলে। [৫] পাছে গাদ ভাববাদীয়ে দায়ূদক কলে, তুমি এই দুৰ্গম ঠাইত আৰু নেথাকিবা, ইয়াৰ পৰা প্ৰস্থান কৰি যিহূদা দেশলৈ যোৱা; তাতে দায়ূদে প্ৰস্থান কৰি হেৰৎ কাঠনিত ওলালগৈ।

[৬] পাছে, দায়ূদৰ আৰু তেওঁৰ লগৰ লোক-বিলাকৰ উদ্দেশ পোৱা গল, ইয়াক চৌলে শুনিবলৈ পালে। সেই সময়ত চৌলে হাতত বৰশা লৈ গিবিয়াৰ এখন ওখ ঠাইত ঝাউ গছৰ তলত

বহি আছিল, আৰু তেওঁৰ চাৰিওফালে তেওঁৰ দাসবিলাক থিয় হৈ আছিল। ৭ তাতে চৌলে চাৰিওফালে থিয় হৈ থকা আপোনাৰ দাস-বিলাকক কলে, হেৰ বিন্যামীনীয়াইত, তহঁতে মন দি শুন, যিচয়ৰ পুতেকে তহঁতৰ প্ৰতিজনকে শস্যক্ষেত্ৰ আৰু দ্ৰাক্ষাবাৰী দিব নে কি, আৰু তহঁতৰ সকলোকে সহস্ৰপতি ও শতপতি পাতিব নে কি? ৮ কিয়নো তহঁত সকলোৱে মোৰ বিৰুদ্ধে চক্ৰান্ত কৰিছহঁক, আৰু মোৰ পোৱে যিচয়ৰ পুতেকে সৈতে নিয়ম বন্ধা কথা কোনেও মোক কোৱা নাই; আৰু আজিকালিৰ দৰে খাপ দি লুকাই থাকিবলৈ মোৰ অহিতে মোৰ দাসক মোৰ পোৱে উচটোৱা কথা মোৰ নিমিত্তে বেজাৰ কৰি তহঁতৰ মাজৰ কোনেও মোক কোৱা নাই। ৯ পাছে চৌলৰ দাসবিলাকৰ ওচৰত থিয় হৈ থকা সেই ইদোমীয়া দোৱেগে উত্তৰ কৰি কলে, ময় যিচয়ৰ পুতেকক নোবলৈ অহীটূবৰ পুতেক অহীমেলকৰ ওচৰলৈ যোৱা দেখিছিলোঁ; ১০ অহীমেলকে তাৰ কাৰণে যিহোৱাৰ আগত সুধিছিলে, আৰু তাক খোৱা সমল দিলে, আৰু পলেষ্টীয়া গলিয়াথৰ তৰোৱালো তাক দিলে। ১১ তাতে ৰজাই মানুহ পঠাই অহীটূবৰ পুত্ৰ অহীমেলক পুৰোহিতক আৰু তেওঁৰ সকলো পিতৃ-বংশক, অৰ্থাৎ নোবত থকা পুৰোহিতবিলাকক মতাই আনিলে। পাছে সিবিলাক সকলোৱেই ৰজাৰ আগলৈ আহিলত, ১২ চৌলে কলে, হেৰ অহীটূবৰ পুতেক, শুন; তেওঁ উত্তৰ কৰিলে, হে মোৰ প্ৰভো, ময় আছোঁ। ১৩ চৌলে তেওঁক কলে, যিচয়ৰ পুতেকে মোৰ অহিতে উঠি আজিকালিৰ দৰে খাপ দি থাকিবৰ নিমিত্তে, তয় তাক খোৱা বস্তু আৰু তৰোৱাল দি, আৰু তাৰ নিমিত্তে ঈশ্বৰৰ আগত সুধি, তয় আৰু যিচয়ৰ পুতেকে মোৰ বিৰুদ্ধে কিয় চক্ৰান্ত কৰিলি? ১৪ তাতে অহীমেলকে ৰজাক উত্তৰ দি কলে, আপোনাৰ সকলো দাসবিলাকৰ মাজত দায়ূদৰ নিচিনা বিশ্বাসী কোন? তেওঁ তো মহাৰাজৰ জোঁৱাই, আৰু আপোনাৰ গুপুত মন্ত্ৰণা জানিবৰ গৰাকী, আৰু আপোনাৰ গৃহৰ এজন মান্যবান লোক। ১৫ এই প্ৰথমবাৰহে জানো ময় তেওঁৰ নিমিত্তে ঈশ্বৰৰ আগত সুধিলোঁ? সেয়ে মোৰ পৰা দূৰ হওক; মহাৰাজ, আপোনাৰ এই দাসক আৰু মোৰ সকলো পিতৃ-বংশক দোষ নিদিব; কিয়নো আপোনাৰ দাসে এই বিষয়ৰ অলপ কি অধিক একোকে বুজ পোৱা নাছিল। ১৬ কিন্তু ৰজাই কলে, হেৰ অহীমেলক, তয় আৰু তোৰ সকলো পিতৃ-বংশ মৰিব লাগিব। ১৭ পাছে ৰজাই আপোনাৰ চাৰিওফালে থকা ৰথীয়া-সেনাবিলাকক কলে, তহঁতে ঘূৰি যিহোৱাৰ এই পুৰোহিতবিলাকক বধ কৰ; কিয়নো ইহঁতো দায়ূদৰ সহায়কাৰী, আৰু সি পলোৱাৰ কথা ইহঁতে জানিও মোৰ আগত নকলে। কিন্তু যিহোৱাৰ পুৰোহিতবিলাকক আক্ৰমণ কৰিবৰ অৰ্থে হাত মেলিবলৈ ৰজাৰ দাসবিলাক সন্মত নহল। ১৮ পাছে ৰজাই দোৱেগক কলে, তয় ঘূৰি পুৰোহিতবিলাকক আক্ৰমণ কৰ; তাতে ইদোমীয়া দোৱেগে ঘূৰি পুৰোহিতবিলাকক আক্ৰমণ কৰি সেই দিনতে শণ সূতাৰ এফোদ বস্ত্ৰ পিন্ধা পঞ্চাশী জনক বধ কৰিলে। ১৯ তেওঁ তৰোৱালৰ ধাৰেৰে পুৰোহিতবিলাকৰ নোব নগৰ আঘাত কৰি, মটা, তিৰুতা, লৰা, আৰু পিয়াহ খোৱা কেঁচুৱা, আৰু গৰু, গাধ, মেৰ আদি সকলোকে তৰোৱালৰ ধাৰেৰে সংহাৰ কৰিলে। ২০ সেই সময়ত অহীটূবৰ পুত্ৰ অহীমেলকৰ এজন পুতেক মাথোন ৰক্ষা পৰিল; তাৰ নাম অবিয়াথৰ; সি দায়ূদৰ ওচৰলৈ পলাই গল। ২১ চৌলে যিহোৱাৰ পুৰোহিতবিলাকক বধ কৰা কথা সেই অবিয়াথৰে দায়ূদক কলে। ২২ তাতে দায়ূদে অবিয়াথৰক কলে, ইদোমীয়া দোৱেগ সেই ঠাইত থকাতে ময় সেই দিনা বুজিছিলোঁ, যে, সি অৱশ্যে চৌলক সম্বাদ দিব; ময়েই তোমাৰ পিতৃবংশৰ সকলো প্ৰাণীৰ বধৰ কাৰণ হলোঁ। ২৩ তুমি মোৰ লগত থাকা, ভয় নকৰিবা; কিয়নো যি জনে মোৰ প্ৰাণনাশৰ চেষ্টা কৰিছে, সেই জনে তোমাৰো প্ৰাণনাশৰ চেষ্টা কৰিছে। কাৰণ মোৰ লগত তুমি নিৰ্ভয়ে থাকিবা।

দায়ূদে কয়ীলা ৰক্ষা কৰা। তেওঁ জীফ আৰু মায়োন অৰণ্যত থকা। তেওঁ চৌলক দয়া কৰা।

২৩ তাৰ পাছে পলেষ্টীয়াবিলাকে কয়ীলাৰ অহিতে যুদ্ধ কৰি মৰণা মৰা খলাবোৰৰ শস্য লুট কৰিছে বুলি লোকবিলাকে দায়ূদক সম্বাদ দিলে। ২ এই হেতুকে দায়ূদে যিহোৱাৰ গুৰিত

সুধিলে, ময় সেই পলেষ্টীয়াবিলাকক আঘাত করিবলৈ যাম নে? তাতে যিহোৱাই দায়ূদক কলে, যোৱা; সেই পলেষ্টীয়াবিলাকক আঘাত করি কয়ীলাক নিস্তার করা। [3]কিন্তু দায়ূদর লোকবিলাকে তেওঁক কলে, দেখা, আমি এই যিহূদা দেশত থকাই ভয়র কথা হৈছে; পাছে আকৌ যদি পলেষ্টীয়াবিলাকর অহিতে কয়ীলালৈ যাওঁ, তেন্তে ইয়াতকৈয়ো সেয়ে কেনে ভয়র কথা হব! [4]তেতিয়া দায়ূদে পুনরায় যিহোৱার গুরিত সোধাত, যিহোৱাই উত্তর দিলে, তুমি উঠি কয়ীলালৈ নামি যোৱা; কিয়নো ময় পলেষ্টীয়াবিলাকক তোমার হাতত সমর্পণ করিম। [5]তাতে দায়ূদ আরু তেওঁর লোকবিলাকে কয়ীলালৈ গৈ পলেষ্টীয়াবিলাকর লগত যুদ্ধ করি সিহঁতর পশুবোর লৈ গল, আরু সিহঁতর মাজত মহা-সংহার করিলে। এই রূপে দায়ূদে কয়ীলা-নিবাসীবিলাকক নিস্তার করিলে।

[6]অহীমেলকর পুত্র অবিয়াথর যেতিয়া কয়ীলালৈ পলাই দায়ূদর ওচরলৈ আহিছিল, তেতিয়া সি হাতত্‌কৈ এখন এফোদ লৈ আহিছিল। [7]পাছে চৌলে, দায়ূদ কয়ীলা পোৱা বার্ত্তা পাই কলে, তেন্তে যিহোৱাই তাক মোর হাতত সমর্পণ করিছে; কিয়নো দুৱার আরু ডাং থকা নগরত সোমোৱাতে সি বন্ধ হল। [8]পাছে দায়ূদ আরু তেওঁর লোকবিলাকক অবরোধ করিবর নিমিত্তে, চৌলে যুদ্ধর অর্থে কয়ীলালৈ নামি যাবলৈ সকলো লোকক মাতিলে। [9]তাতে, চৌলে মোর বিরুদ্ধে হিংসার আলচ করিছে, ইয়াকে দায়ূদে বুজি, অবিয়াথর পুরোহিতক কলে, এই ঠাইলৈ এফোদ আনা। [10]পাছে দায়ূদে কলে, হে ইস্রায়েলর ঈশ্বর যিহোৱা, চৌলে কয়ীলালৈ আহি মোর কারণে এই নগরখনক উচ্ছন্ন করিবলৈ চেষ্টা করিছে, তোমার দাস ময় ইয়াক নিশ্চয়ে শুনিলোঁ; [11]এতেকে কয়ীলার গৃহস্থবিলাকে তেওঁর হাতত মোক সমর্পণ করি দিব নে? তোমার দাসে শুনার দরে চৌল স্বরূপেই নামি আহিব নে? হে ইস্রায়েলর ঈশ্বর যিহোৱা, বিনয় করোঁ, তোমার দাসক তাক জনোৱা। যিহোৱাই কলে, তেওঁ আহিব। [12]তাতে দায়ূদে সুধিলে, কয়ীলার গৃহস্থবিলাকে মোক আরু মোর লোকবিলাকক জানো চৌলর হাতত সোধাই দিব? যিহোৱাই কলে, সোধাই দিব। [13]তেতিয়া দায়ূদ আরু তেওঁর লগর প্রায় ছশ লোক উঠি কয়ীলার পরা বাহির ওলাই, যেয়ে যলৈকে পালে, তালৈকে গল। পাছে দায়ূদ কয়ীলার পরা সারি গল, ইয়াকে কোনোবাই আহি চৌলর আগত কলত, চৌল তালৈ যাবলৈ নহল।

[14]তার পাছে দায়ূদে অরণ্যত থকা নানা দুর্গম ঠাইত, বিশেষকৈ পর্ব্বতীয়া অঞ্চলর জীফ অরণ্যত বাস করিলে; তাতে চৌলে সদায় তেওঁক বিচারিলে, কিন্তু ঈশ্বরে তেওঁর হাতত তেওঁক সমর্পণ নকরিলে। [15]দায়ূদ জীফ অরণ্যর কাঠনির মাজত থকা কালত, তেওঁ দেখিলে, যে, চৌলে মোর প্রাণনাশর চেষ্টারে ওলাই আহিছে। [16]পাছে চৌলর পুত্র যোনাথনে উঠি কাঠনিলৈ দায়ূদর ওচরলৈ গৈ, ঈশ্বরত তেওঁর হাত সবল করিলে। [17]আরু তেওঁ দায়ূদক কলে, ভয় নকরিবা। কিয়নো মোর পিতৃ চৌলর হাতে তোমাক ধরিবলৈ নেপাব; তুমি ইস্রায়েলর রজা হবা, আরু ময় তোমার দ্বিতীয় হম; ইয়াক মোর পিতৃ চৌলেও জানিছে। [18]পাছে তেওঁবিলাক দুয়ো জনে যিহোৱার সাক্ষাতে এটা নিয়ম বান্ধিলে; তার পাছে দায়ূদ কাঠনিত থাকিল, কিন্তু যোনাথন ঘরলৈ গল। [19]এনে সময়ত জীফীয়া লোকবিলাকে গিবিয়ালৈ চৌলর ওচরলৈ গৈ কলে, দায়ূদ আমার ওচরত যিচীমোনর দক্ষিণফালে থকা হখীলা পর্ব্বতর কাঠনির নানা দুর্গম ঠাইত জানো লুকাই থকা নাই? [20]এই হেতুকে হে মহারাজ, নামি আহিবর আপোনার সকলো মনর বাঞ্ছা অনুসারে নামি আহোক; মহারাজর হাতত তাক ধরি দিয়ার ভার আমার গাত। [21]তাতে চৌলে কলে, তোমালোক যিহোৱার আশীর্ব্বাদপ্রাপ্ত হোৱা; কিয়নো তোমালোকে মোলৈ অনুগ্রহ করিলা। [22]ময় বিনয় করিছোঁ, তোমালোকে গৈ আরু ঠিক্‌কৈ বিচার করা; তার ভরি থোৱা ঠাই ক'ত, আরু সেই ঠাইত তাক কোনে দেখিলে, তাক চাই তার বুজ লোৱা; কিয়নো মানুহে মোক কয়, সি বড় টেঙরালিকৈ ফুরে। [23]এতেকে আটাই গুপুত

ঠাইর মাজর কোন ঠাইত সি আপোনাকে লুকুৱাইছে, তাকে চাই তার বুজ লোৱা ; পাছে মোর আগলৈ ঠিক বার্ত্তা লৈ আহিবা, তাতে ময় তোমালোকর লগত যাম ; সি যদি দেশত থাকে, তেন্তে ময় যিহুদার আটাই গোষ্ঠীবিলাকর মাজত তাক বিচারি উলিয়াম। ২৪ তাতে সিহঁত উঠি চৌলর আগেয়ে জীফলৈ গল ; কিন্তু দায়ুদ আরু তেওঁর লোকবিলাক যিচীমোনর দক্ষিণে অরাবাত থকা মায়োন অরণ্যত আছিল। ২৫ চৌল আরু তেওঁর লোকবিলাকে তেওঁক বিচারিবলৈ গলত, লোকে দায়ুদক তার সম্বাদ দিলে ; তাতে তেওঁ শিলাময় পর্ব্বতেদি নামি আহি মায়োন অরণ্যত থাকিল। চৌলে সেই কথা শুনি, মায়োন অরণ্যলৈ দায়ুদর পাছে পাছে খেদি গল। ২৬ পাছে চৌল পর্ব্বতর একোষে গল, দায়ুদ আরু তেওঁর লোকবিলাক পর্ব্বতর সিকোষে গল ; আরু দায়ুদে চৌলর ভয়ত তার পরা আন ঠাইলৈ যাবলৈ লরালরি করোঁতে, আরু তেওঁক ও তেওঁর লোকবিলাকক ধরিবলৈ চৌলে আপোনার লোকবিলাকেরে তেওঁক বেরি ধরোঁতে, ২৭ এজন দূতে চৌলর ওচরলৈ আহি কলে, আপুনি বেগাই আহোক ; কিয়নো পলেষ্টীয়াবিলাকে দেশ আক্রমণ করিছে। ২৮ তেতিয়া চৌলে দায়ুদর পাছত খেদি যোৱার পরা ঘূরি পলেষ্টীয়াবিলাকর বিরুদ্ধে যাত্রা করিলে ; এই কারণে সেই ঠাইর নাম চেলা-হম্মহলকোথ [পলাই সরা শিলাময় পর্ব্বত] হল। ২৯ পাছে দায়ুদে তার পরা ওলাই গৈ অয়িন-গদীর নানা দুর্গম ঠাইত বাস করিলে।

২৪ তার পাছে, চৌল পলেষ্টীয়াবিলাকর পাছত যোৱার পরা উভটিলত, কোনো লোকে তেওঁক এই সম্বাদ দিলে, দেখা, দায়ুদ অয়িন-গদীর অরণ্যত আছে। ২ তাতে চৌলে গোটেই ইস্রায়েলর পরা তিনি হাজার মনোনীত লোক লৈ, বনরীয়া ছাগর পর্ব্বতবোরর ওপরত দায়ুদ আরু তেওঁর লোকবিলাকক বিচারিবলৈ গল। ৩ আরু তেওঁ বাটর মাজত মের রখা ঠাইবোর পালে ; সেই ঠাইত এটা গুহা থকাতে চৌলে ভরি ঢাকিবর নিমিত্তে তার ভিতরত সোমাল ; কিন্তু দায়ুদ আরু তেওঁর লোকবিলাক সেই গুহার অন্তর ভাগত বহি আছিল। ৪ পাছে দায়ুদর লোকবিলাকে তেওঁক কলে, দেখা, যি দিনর বিষয়ে যিহোৱাই তোমাক কৈছিল, যে, দেখা, ময় তোমার শত্রুক তোমার হাতত সমর্পণ করি দিম, তাতে তোমার যি ইচ্ছা, তাকে তালৈ করিবা, আজিয়েই সেই দিন। তেতিয়া দায়ুদে গৈ গুপুতে চৌলর জামার তল ভাগর এডোখর কাটি ললে। ৫ কিন্তু চৌলর জামার তল ভাগর এডোখর কাটি লোৱাতে, দায়ুদর মনে নিজক দুষিলে। ৬ তাতে তেওঁ আপোনার লোক-বিলাকক কলে, যিহোৱার অভিষিক্ত মোর প্রভুলৈ এনে কাম করিবলৈ, তেওঁর বিরুদ্ধে হাত দাঙিবলৈ যিহোৱাই মোক নিষেধ করোক ; কিয়নো তেওঁ যিহোৱার অভিষিক্ত লোক। ৭ এই রূপ কথার দ্বারায় দায়ুদে আপোনার লোকবিলাকক দমাই চৌলর অহিতে উঠি আক্রমণ করিব নিদিলে। পাছে চৌল গুহার পরা ওলাই আপোনার বাটেদি গুচি গল। ৮ তার পাছে দায়ুদেও উঠি গুহার পরা বাহির ওলাই, হে মোর প্রভু মহারাজ, এই বুলি চৌলক রিঙিয়াই মাতিলে ; তাতে চৌলে পাছলৈ ঘূরি চালত, দায়ুদে মাটিলৈ তল মূর করি প্রণিপাত করিলে। ৯ আরু দায়ুদে চৌলক কলে, দেখোক, দায়ুদে আপোনার অপকারলৈ চেষ্টা করিছে বুলি লোকে কোৱা কথা আপুনি কিয় শুনে ? ১০ দেখোক, আপুনি আজি নিজ চকুরে দেখিছে, যে, আজি এই গুহার ভিতরত যিহোৱাই আপোনাক মোর হাতত সমর্পণ করিছিল ; আরু কোনো কোনোৱে আপোনাক বধ করিবলৈ মোক কলে, কিন্তু আপোনালৈ কৃপাদৃষ্টি করি, ময় এরি দি কলোঁ, ময় আপোন প্রভুর অহিতে হাত নেদাঙো ; কিয়নো তেওঁ যিহোৱার অভিষিক্ত লোক। ১১ আরু হে মোর পিতৃ, দেখোক, এইয়া মোর হাতত আপোনার জামার তল ভাগর এডোখর ; কিয়নো ময় আপোনার জামার তল ভাগর এডোখর কাটি ললোঁ, তথাপি আপোনাক বধ নকরিলোঁ ; ইয়াতে আপুনি বিবেচনা করি দেখিব, যে, ময় হিংসাত কি অধর্ম্মত হাত দিয়া নাই, ময় আপো-নার বিরুদ্ধে কোনো পাপ করা নাই ; তথাপি আপুনি মোর প্রাণ লবর নিমিত্তে বিচারি ফুরিছে। ১২ মোরে আপোনারে মাজত যিহো-

ৱাই বিচার করিব, আৰু যিহোৱাই মোর নিমিত্তে আপোনার ওপরত প্রতিকার সাধিব; কিন্তু মোর হাত আপোনার অহিতে নহব। [13] প্রাচীনবিলাকে কথাতে কয়, দুষ্টইঁতর পরাই দুষ্টতা জন্মে; কিন্তু মোর হাত আপোনার অহিতে নহব। [14] ইস্রায়েলের রজা বাহির ওলাই কার পাছত নো আহিছে? আপুনি নো কার পাছত খেদি আহিছে? মরা কুকুরর পাছত, এটা কুকুরচিটিকার পাছত। [15] এই হেতুকে যিহোৱা বিচারকর্ত্তা হৈ মোর আৰু আপোনার মাজত বিচার করোক; তেওঁ দৃষ্টিপাত করি মোর বিবাদ নিষ্পত্তি করোক, আৰু আপোনার হাতর পরা মোক রক্ষা করোক। [16] পাছে দায়ূদে চৌলক এই সকলো কথা কৈ এটালত, চৌলে সুধিলে, হে মোর বোপা দায়ূদ, এয়ে জানো তোমার মাত? এই বুলি চৌলে বড় মাতেরে ক্রন্দন করিলে। [17] পাছে তেওঁ দায়ূদক কলে, মোত্কৈ তুমি ধার্ম্মিক; কিয়নো তুমি মোর মঙ্গল করিলা, কিন্তু ময় তোমার অমঙ্গল করিলোঁ। [18] যিহোৱাই মোক তোমার হাতত সমর্পণ করিলতো, তুমি মোক বধ করা নাই; ইয়াতে তুমি যে মোলৈ মঙ্গল ব্যবহার করিছা, তাক আজি তুমি মোক দেখুৱালা। [19] কিয়নো, মানুহে আপোন শত্রুক পালে, তাক মঙ্গলর বাটে যাবলৈ জানো এরি দিয়ে? এই কারণে আজি তুমি মোলৈ যি করিলা, তার সলনি যিহোৱাই তোমার মঙ্গল করোক। [20] আৰু দেখা, তুমি যে অৱশ্যে রজা হবা, আৰু ইস্রায়েলের রাজ্য তোমার হাতত থিরে থাকিব, তাক ময় জানিছোঁ। [21] এতেকে তুমি মোর পাছত মোর বংশ উচ্ছন্ন নকরিবলৈ, আৰু মোর পিতৃ-বংশর পরা মোর নামো লুপ্ত নকরিবলৈ যিহোৱার নামেরে মোর আগত শপথ করা। [22] তাতে দায়ূদে চৌলর আগত শপথ করিলে। পাছে চৌল আপোনার ঘরলৈ গল, কিন্তু দায়ূদ আৰু তেওঁর লোকবিলাক দুর্গম ঠাইলৈ উঠিল।

চমূৱেলর মৃত্যু। নাবল আৰু অবীগলর কথা।

২৫ পাছে চমূৱেলর মৃত্যু হল; তাতে গোটেই ইস্রায়েলে গোট খাই তেওঁর নিমিত্তে বিলাপ করিলে, আৰু রামাত থকা তেওঁর ঘরতে তেওঁক মৈদাম দিলে। পাছে দায়ূদ উঠি পারণ অরণ্যলৈ নামি গল।

[2] সেই কালত মায়োনত এজন মানুহ আছিল, তার সম্পত্তি কর্ম্মিলত আছিল; আৰু সি অতি বড় মানুহ, তার তিনি হাজার মের আৰু এক হাজার ছাগলী আছিল; সেই মানুহে কর্ম্মিলত আপোনার মেরবোরর নোম কাটি আছিল। [3] সেই মানুহটোর নাম নাবল, আৰু তার ভার্য্যার নাম অবীগল; সেই তিরুতা সুবুদ্ধি আৰু সুন্দরী, কিন্তু মানুহটো কঠিনমনা আৰু দুষ্ট; সি কালেবর বংশর আছিল। [4] পাছে নাবলে আপোনার মেরবোরর নোম কটাইছে, দায়ূদে ইয়াকে অরণ্যর মাজত শুনি, [5] দহ জন ডেকাক পঠাই সিইঁতক কলে, তোমালোকে কর্ম্মিললৈ উঠি নাবলর ওচরলৈ গৈ, মোর নাম কৈ তেওঁক মঙ্গলবাদ করিবা, [6] আৰু কুশলে থকা সেই মানুহক এই কথা কবা, আপোনার মঙ্গল, আপোনার ঘরর মঙ্গল, আৰু আপোনার সকলোরে মঙ্গল হওক। [7] ময় শুনিলোঁ, আপোনার এই ঠাইত নোম কটা হৈছে; এতিয়া নিবেদন এই, আপোনার মের-রখীয়াবিলাক আমার লগত থাকোঁতে, আমি সিবিলাকর অপকার করা নাছিলোঁ; আৰু সিবিলাক যেতিয়ালৈকে কর্ম্মিলত আছিল, তেতিয়ালৈকে সিবিলাকর একো হেরোৱা নাছিল। [8] আপোনার ডেকাবিলাকক সোধোক, সিবিলাকে আপোনাক কব; এই হেতুকে এই ডেকাবিলাক আপোনার দৃষ্টিত অনুগ্রহপ্রাপ্ত হওক, কিয়নো আমি শুভ দিনতে আহিছোঁ; আমি বিনয় করিছোঁ, আপোনার দাসবিলাকক, আৰু আপোনার পুত্র দায়ূদক আপোনার শক্তি অনুসারে কিছু দান করোক। [9] পাছে দায়ূদর ডেকাবিলাকে গৈ, দায়ূদর নাম করি নাবলক সেই আটাই কথা কৈ মনে মনে থাকিল। [10] পাছে নাবলে উত্তর করি দায়ূদর দাসবিলাকক কলে, দায়ূদ কোন? আৰু যিচয়র পুতেক বা কোন? আজিকালি আপোন গরাকীর পরা ভাগি অহা বন্দী অনেক আছে; [11] তেন্তে ময় আপোন পিঠা আৰু পানী, আৰু মোর মেরর নোম-কটীয়াবিলাকর নিমিত্তে ময় মরা পশুর মঙহ লৈ জানো ক'রবার অচিনাকী মানুহবোরক দিম? [12] তাতে দায়ূদর ডেকাবিলাকে মুখ ঘুরাই আপোন বাটেদি

শুচি আছিল, আৰু তেওঁৰ ওচৰলৈ উলটি আহি সেই সকলো কথা তেওঁক কলে। ১৩ তেতিয়া দায়ূদে আপোনাৰ লোকবিলাকক কলে, প্ৰতিজনে তৰোৱাল বান্ধা; তাতে সিহঁত প্ৰতিজনে আপোন আপোন তৰোৱাল বান্ধিলে, আৰু দায়ূদেও আপোনাৰ তৰোৱাল বান্ধিলে; পাছে দায়ূদৰ লগত প্ৰায় চাৰি শ লোক গল, আৰু সামগ্ৰী ৰাখিবৰ নিমিত্তে দুশ লোক থাকিল। ১৪ ইয়াৰ ভিতৰতে দাসবিলাকৰ এটাই নাবলৰ ভাৰ্য্যা অবীগলক কলে, দেখা, দায়ূদে আমাৰ প্ৰভুক মঙ্গলবাদ কৰিবলৈ অৰণ্যৰ পৰা দূতবিলাকক পঠাইছিল; তাতে আমাৰ প্ৰভুৱে কটু কথা কৈ সিবিলাকক খেদি দিলে। ১৫ কিন্তু সেই লোকবিলাক আমাৰ পক্ষে বড় ভাল আছিল; যেতিয়া আমি পথাৰত আছিলোঁ, তেতিয়া যিমান দিন সিবিলাকে সৈতে আছিলোঁ, সিমান দিনলৈকে আমাৰ অপকাৰ হোৱা নাছিল, আৰু একো হেৰোৱাও নাছিল। ১৬ আমি যেতিয়ালৈকে সিবিলাকৰ ওচৰত থাকি মেৰ ৰখিছিলোঁ, তেতিয়ালৈকে সিবিলাক দিনে-ৰাতিয়ে আমাৰ চাৰিওফালে গড়স্বৰূপ হৈ আছিল। ১৭ এতেকে, এতিয়া কি কৰা উচিত, তাক আপুনি বিবেচনা কৰি চাওক; কিয়নো আমাৰ প্ৰভুৰ আৰু তেওঁৰ আটাই বংশৰ বিৰুদ্ধে অমঙ্গল থিৰ কৰা হৈছে; কাৰণ তেওঁ এনে দুৰ্জ্জন, যে, তেওঁক কোনো কথাকে কব পৰা নেযায়। ১৮ তাতে অবীগলে লৰালৰিকৈ দুশ পিঠা, দুই মোট দ্ৰাক্ষাৰস, পাঁচোটা যুগুত কৰা মেৰ, পাঁচ চেয়া ভজা শস্য, এশ থোপা শুকান দ্ৰাক্ষাগুটি, আৰু দুশ লদা ডিমৰু গুটি লৈ গাধবোৰৰ ওপৰত ভৰা দিলে। ১৯ আৰু তেওঁ আপোনাৰ দাসবিলাকক কলে, তহঁত আগ হৈ ব'ল, দেখ, ময় তহঁতৰ পাছে পাছে গৈছোঁ; কিন্তু তেওঁ এই কথা আপোনাৰ গিৰিয়েক নাবলৰ আগত নকলে। ২০ পাছে তেওঁ গাধত উঠি পৰ্ব্বতৰ মাজেদি মানুহে দেখা পাব নোৱৰা বাটেদি নামি গৈছিল, এনেতে দেখা, দায়ূদ আৰু তেওঁৰ লোকবিলাক সন্মুখেদি নামি আহিল; তাতে তেওঁ সিবিলাকক লগ পালে। ২১ আগেয়ে দায়ূদে কৈছিলে, বোলে, অৰণ্যত থকা তাৰ বস্তুবোৰ ময় বৃথাই এনেকৈ ৰক্ষা কৰিলোঁ, যে, তাৰ সকলো বস্তুৰ মাজৰ একোৱেই নেহেৱাল; সি উপকাৰৰ সলনি মোলৈ অপকাৰহে কৰিলে। ২২ ময় যদি তাৰ পুৰুষবিলাকৰ মাজৰ এটী লৰাকে বেলি ওলোৱালৈকে অৱশিষ্ট ৰাখোঁ, তেন্তে ঈশ্বৰে দায়ূদৰ শত্ৰুবোৰলৈ অমুক আৰু তাতকৈ অধিক দণ্ড দিওক। ২৩ পাছে অবীগলে দায়ূদক দেখামাত্ৰে গাধৰ পৰা বেগাই নামি, দায়ূদৰ আগত মাটিলৈ মুখ কৰি পড়ি প্ৰণিপাত কৰিলে। ২৪ আৰু তেওঁৰ ভৰিত পড়ি কলে, হে মোৰ প্ৰভো, মোৰ ওপৰত, মোৰ ওপৰতেই এই অপৰাধ পড়োক; আৰু ময় বিনয় কৰোঁ, আপোনাৰ বেটীক আপোনাৰ আগত কথা কবলৈ অনুমতি দিওক, আৰু আপোনাৰ বেটীৰ কথা শুনোক। ২৫ ময় বিনয় কৰোঁ, মোৰ প্ৰভুৱে সেই দুৰ্জ্জন মানুহ নাবলৰ কথা মনত নেৰাখিব; কিয়নো তাৰ নাম যেনে, সিও তেনে; তাৰ নাম নাবল [মূৰ্খ], আৰু মূৰ্খতা তাৰ অন্তৰত আছে। কিন্তু মোৰ প্ৰভুৱে পঠোৱা সেই ডেকাবিলাকক আপোনাৰ এই বেটীয়ে দেখা নাছিল। ২৬ এই হেতুকে এতিয়া হে মোৰ প্ৰভো, ময় যিহোৱাৰ জীৱনৰ আৰু আপোনাৰ জীৱনৰো শপথ কৰি কৈছোঁ, ৰক্তপাত কৰা দোষত দোষী হবলৈ, আৰু আপোন হাতেৰে আপোনাৰ প্ৰতিকাৰ সাধিবলৈ যিহোৱাই আপোনাক নিবাৰণ কৰিলে, এই দেখি এতিয়া আপোনাৰ শত্ৰুবোৰ, মোৰ প্ৰভুৰ অনিষ্টলৈ চেষ্টা কৰোঁতাবোৰ নাবলৰ নিচিনা হওক। ২৭ এতিয়া আপোনাৰ বেটীয়ে আমাৰ প্ৰভুলৈ অনা এই উপহাৰ প্ৰভুৰ পাছত অহা ডেকাবিলাকক দিয়া হওক। ২৮ ময় বিনয় কৰোঁ, আপোনাৰ বেটীৰ অপৰাধ ক্ষমা কৰোক; কিয়নো যিহোৱাই মোৰ প্ৰভুৰ নিমিত্তে চিৰস্থায়ী বংশ স্থাপন কৰিব, কাৰণ মোৰ প্ৰভুৱে যিহোৱাৰ নিমিত্তেই যুদ্ধ কৰিছে; আৰু আপোনাৰ জীৱনৰ সকলো কালতে আপোনাৰ কোনো অমঙ্গল দেখা নেযাব। ২৯ আৰু আপোনাৰ পাছে পাছে খেদি যাবলৈ আৰু আপোনাৰ প্ৰাণনাশৰ চেষ্টা কৰিবলৈ মানুহ উঠিলেও, আপোনাৰ ঈশ্বৰ যিহোৱাৰ গুৰিত মোৰ প্ৰভুৰ প্ৰাণ জীৱনৰূপ বোকোচাত বন্ধা থাকিব; কিন্তু আপোন শত্ৰুবোৰৰ প্ৰাণ ফিঙ্গাৰ দলিৰ দৰে পেলাই দিব। ৩০ যিহোৱাই

মোৰ প্ৰভুৰ বিষয়ে যিবোৰ মঙ্গলৰ কথা কৈছে, সেইবোৰ যেতিয়া তেওঁ সাফল কৰি আপোনাক ইস্ৰায়েলৰ ওপৰত অধিপতি নিযুক্ত কৰিব, ৩১ তেতিয়া অকাৰণে হোৱা ৰক্তপাতৰ, আৰু আত্ম-প্ৰতিকাৰ-সাধনৰ বিঘিনি বা মনৰ শোক মোৰ প্ৰভুৰ নজন্মিব; আৰু যেতিয়া যিহোৱাই মোৰ প্ৰভুৰ মঙ্গল কৰিব, তেতিয়া আপোনাৰ এই বেটীক সোঁৱৰণ কৰিব। ৩২ পাছে দায়ূদে অবীগলক কলে, আজি মোৰ লগত সাক্ষাৎ কৰিবলৈ যি জনাই তোমাক পঠালে, ইস্ৰায়েলৰ ঈশ্বৰ সেই যিহোৱা ধন্য; ৩৩ আৰু তোমাৰ সুবিচাৰ ধন্য, আৰু ৰক্তপাতৰ দোষৰ ও আত্ম-প্ৰতিকাৰ-সাধনৰ পৰা মোক নিবাৰণ কৰা যি তুমি, তুমিও ধন্য। ৩৪ কিয়নো, তোমাক হিংসা কৰিবলৈ যি জনাই মোক বাধা কৰিলে, ইস্ৰায়েলৰ ঈশ্বৰ সেই যিহোৱাৰ জীৱনৰ শপথ, তুমি মোক আগ বঢ়াবলৈ শীঘ্ৰে নহা হলে, নিশ্চয়ে নাবলৰ সম্পৰ্কীয় পুৰুষবিলাকৰ মাজৰ এটী লৰাও ৰাতিপুৱালৈ অৱশিষ্ট নেথাকিলহেঁতেন। ৩৫ তেতিয়া দায়ূদে আপোনাৰ নিমিত্তে তেওঁ অনা বস্তবোৰ তেওঁৰ হাতৰ পৰা লৈ তেওঁক কলে, তুমি কুশলে ঘৰলৈ যোৱা; দেখা, ময় তোমাৰ কথা শুনি তোমাক গ্ৰাহ্য কৰিলোঁ। ৩৬ পাছে, যেতিয়া অবীগল নাবলৰ ওচৰলৈ আহিল, তেতিয়া দেখা, সি ৰজাৰ ভোজৰ দৰে তাৰ ঘৰত ভোজ পাতিছিল, আৰু সি অতিশয় মতোৱাল হোৱাত, তাৰ মন প্ৰফুল্লিত হৈ আছিল; এই হেতুকে অবীগলে ৰাতিপুৱাৰ আগৈয়ে, সেই বিষয়ৰ অলপ বা অধিক একোকে তাৰ আগত নকলে। ৩৭ পাছে ৰাতিপুৱা নাবলৰ দ্ৰাক্ষাৰসৰ ৰাগি গুচিলত, তাৰ ভাৰ্য্যাই তাৰ আগত সেইবোৰ কথা কওঁতে অন্তৰত তাৰ হৃদয় ঠৰ হৈ গল, আৰু সি শিলৰ নিচিনা হল; ৩৮ আৰু তাৰ দহ দিনমানৰ পাছে, যিহোৱাই নাবলক আঘাত কৰিলত, সি মৰিল। ৩৯ পাছে নাবল মৰা কথা শুনি, দায়ূদে কলে, যিহোৱা ধন্য; ময় নাবলৰ পৰা পোৱা অপমানৰ বিষয়ে মোৰ গোচৰ তেওঁ নিষ্পত্তি কৰিলে, আৰু আপোন দাসক কুকাৰ্য্যৰ পৰা ৰক্ষা কৰিলে; আৰু নাবলৰ যি দুষ্কৰ্ম্ম, তাৰ প্ৰতিফল যিহোৱাই তাৰ মূৰত দিলে। পাছে দায়ূদে মানুহ পঠাই অবীগলক বিবাহ কৰিবৰ কথা তেওঁক জনালে। ৪০ আৰু দায়ূদৰ দাসবিলাকে কৰ্ম্মিললৈ অবীগলৰ ওচৰলৈ গৈ তেওঁক কলে, দায়ূদে আপোনাক বিবাহ কৰিবৰ অৰ্থে আপোনাক নিবলৈ আপোনাৰ ওচৰলৈ আমাক পঠালে। ৪১ তাতে তেওঁ উঠি মাটিলৈ মূৰে পড়ি প্ৰণিপাত কৰি কলে, দেখোক, আপোনাৰ এই বেটী মোৰ প্ৰভুৰ দাসবিলাকৰ ভৰি ধুৱাবলৈ যুগুত আছে। ৪২ পাছে অবীগলে বেগাই ওলাই গাধত উঠি, আপোনাৰ অনুচৰী পাঁচ জনী যুৱতীৰে সৈতে দায়ূদৰ দূতবিলাকৰ পাছত গল, আৰু দায়ূদৰ ভাৰ্য্যা হল। ৪৩ আৰু দায়ূদে যিজ্ৰিয়েলীয়া অহীনোৱমকো বিয়া কৰিছিল; তাতে এই দুয়ো জনী তেওঁৰ ভাৰ্য্যা হল। ৪৪ কিন্তু চৌলে আপোনাৰ জীয়েক দায়ূদৰ ভাৰ্য্যা মীখলক লৈ, গল্লীম-নিবাসী লয়িচৰ পুতেক পল্‌টীক দিছিল।

চৌলে পুনৰায় দায়ূদক বিচৰা। দায়ূদে তেওঁক দয়া কৰা।

২৬ পাছে জীফীয়াবিলাকে গিবিয়ালৈ চৌলৰ ওচৰলৈ গৈ কলে, দায়ূদ জানো যিচীমোনৰ সম্মুখত হখীলা পৰ্ব্বতত লুকাই থকা নাই? ২ তাতে জীফ অৰণ্যত দায়ূদক বিচাৰিবৰ নিমিত্তে চৌলে উঠি ইস্ৰায়েলৰ তিনি হাজাৰ মনোনীত লোক লগত লৈ জীফ অৰণ্যলৈ নামি গল। ৩ পাছে চৌলে বাটৰ কোষত, যিচীমোনৰ সম্মুখে থকা হখীলা পৰ্ব্বতত ছাউনি পাতিলে; কিন্তু দায়ূদ অৰণ্যৰ মাজত থাকিল। পাছে চৌল মোৰ পাছত খেদি অৰণ্যলৈ আহিছে, ইয়াৰ গম পোৱাতে, ৪ দায়ূদে চোৰাং-চোৱাবোৰক পঠাই, চৌল যে নিশ্চয়ে আহিল, তাক জানিবলৈ পালে; ৫ পাছে দায়ূদে উঠি চৌলৰ ছাউনি পতা ঠাইৰ ওচৰলৈ গৈ, চৌলৰ আৰু তেওঁৰ সেনাপতি নেৰৰ পুত্ৰ অব্‌নেৰৰ শোৱা ঠাই চালে; চৌল ৰথবোৰৰ মাজত শুই আছিল, আৰু লোকবিলাকে ছাউনি পাতি তেওঁৰ চাৰিওফালে থাকিছিল। ৬ পাছে দায়ূদে মাত লগাই, হিত্তীয়া অহীমেলকক, আৰু চৰুয়াৰ পুত্ৰ যোৱাবৰ ভায়েক অবীচয়ক কলে, সেই ছাউনিলৈ চৌলৰ ওচৰলৈ মোৰ লগত কোন যাব? তাতে

অবীচয়ে কলে, আপোনাৰ লগত মই যাম। ৭ পাছে ৰাতি দায়ূদ আৰু অবীচয়ে লোকবিলাকৰ ওচৰলৈ গৈ দেখিলে, চৌল ৰথবোৰৰ মাজত শুই টোপনি গৈছে, আৰু তেওঁৰ মূৰ-শিতানৰ ওচৰত তেওঁৰ বড়শা মাটিত খোঁচ মাৰি থোৱা আছে, আৰু চাৰিওফালে অব্‌নেৰ আৰু আটাই লোকবিলাক শুই আছে। ৮ তেতিয়া অবীচয়ে দায়ূদক কলে, আজি ঈশ্বৰে আপোনাৰ শত্ৰুক আপোনাৰ হাতত সমৰ্পণ কৰিছে; এতেকে এতিয়া বড়শাপাতেৰে তাক একেবাৰে মাটিয়ে সৈতে শালিবলৈ মোক অনুমতি দিওক; মই তাক দুবেলি নেমাৰোঁ। ৯ কিন্তু দায়ূদে অবীচয়ক কলে, তেওঁক বিনষ্ট নকৰিবা; কিয়নো যিহোৱাৰ অভিষিক্ত জনৰ অহিতে হাত দাঙি কোন নিৰপৰাধী হব পাৰে? ১০ দায়ূদে আৰু কলে, যিহোৱাৰ জীৱনৰ শপথ, তেওঁক যিহোৱাই আঘাত কৰিব, বা তেওঁৰ অন্তিম কাল আহিলে তেওঁ নিজে মৰিব, নাইবা তেওঁ ৰণলৈ নামি গৈ তাতেই বিনষ্ট হব; ১১ মই যে যিহোৱাৰ অভিষিক্ত জনৰ বিৰুদ্ধে হাত দাঙিম, যিহোৱাই মোৰ পৰা ইয়াক দূৰ কৰোক; কিন্তু মই বিনয় কৰোঁ, তুমি এতিয়া গৈ, তেওঁৰ মূৰ-শিতানৰ ওচৰত থকা বড়শাপাত আৰু জল-পাত্ৰটো দাঙি লৈ আহাঁগৈ, পাছে আমি গুচি যাম। ১২ এই ৰূপে দায়ূদে চৌলৰ মূৰ-শিতানৰ ওচৰৰ পৰা সেই বড়শাপাত আৰু জলপাত্ৰটো লৈ গুচি আহিল, কিন্তু কোনেও তাক নেদেখিলে আৰু নেজানিলে, আৰু কোনেও সাৰো নেপালে; কিয়নো সকলোবেই নিদ্ৰিত আছিল, কাৰণ যিহোৱাই সিবিলাকক ঘোৰ নিদ্ৰাত পেলালে। ১৩ পাছে দায়ূদে সিফাললৈ গৈ পৰ্ব্বতৰ টিঙত দূৰৈত থিয় হল; সিবিলাকৰ মাজত বৰ বহল ঠাই আছিল। ১৪ তেতিয়া দায়ূদে লোকবিলাকক আৰু নেৰৰ পুত্ৰ অব্‌নেৰক মাতি ৰিঙিয়াই কলে, হে অব্‌নেৰ, তুমি জানো উত্তৰ নিদিয়া? তাতে অব্‌নেৰে উত্তৰ দি কলে, ৰজালৈ চিঁয়ৰি কোৱা তুমি কোন? ১৫ পাছে দায়ূদে অব্‌নেৰক কলে, তুমি জানো বীৰ নোহোৱা? আৰু ইস্ৰায়েলৰ মাজত তোমাৰ নিচিনা কোন আছে? তেন্তে তুমি আপোন প্ৰভু ৰজাক কিয় ৰক্ষা নকৰিলা? কিয়নো দেখা, তোমাৰ প্ৰভু ৰজাক বিনষ্ট কৰিবলৈ লোকবিলাকৰ মাজত কোনোবা এজন সোমাইছিল। ১৬ তুমি ভাল কৰ্ম্ম কৰা নাই। যিহোৱাৰ জীৱনৰ শপথ, তোমালোক প্ৰাণদণ্ডৰ যোগ্য; কিয়নো তোমালোকে যিহোৱাৰ অভিষিক্ত তোমালোকৰ প্ৰভুক ৰক্ষা কৰা নাই। আৰু তুমি এতিয়া চোৱা, ৰজাৰ মূৰ-শিতানৰ ওচৰত থকা বড়শা আৰু জলপাত্ৰ ক'ত আছে? ১৭ তেতিয়া চৌলে দায়ূদৰ মাত বুজি কলে, হে মোৰ বোপা দায়ূদ, এয়ে তোমাৰ মাত নে? তাতে দায়ূদে কলে, হয় প্ৰভু মহাৰাজ, মোৰ মাত। ১৮ তেওঁ আৰু কলে, মোৰ প্ৰভুৱে আপোনাৰ দাসৰ পাছে পাছে কিয় খেদি আহিছে? মই নো কি কৰিলোঁ? আৰু মোৰ হাতত বা কি অনিষ্ট আছে? ১৯ এই হেতুকে মই বিনয় কৰোঁ, মোৰ প্ৰভু মহাৰাজে আপোনাৰ দাসৰ কথা শুনোক। যদি যিহোৱাই মোৰ বিৰুদ্ধে আপোনাক উদগাই থাকে, তেন্তে তেওঁ নৈবেদ্যৰ ঘ্ৰাণ গ্ৰহণ কৰোক; কিন্তু যদি মানুহৰ সন্তানবিলাকেহে তাক কৰে, তেন্তে সিহঁতে যিহোৱাৰ সাক্ষাতে শাপগ্ৰস্ত হওক; কিয়নো মই যেন যিহোৱাৰ আধিপত্যৰ ভাগী নহম, এই নিমিত্তে অন্য দেৱতাবোৰৰ আৰাধনা কৰাগৈ বুলি মোক আজি বাহিৰ কৰি খেদিলে। ২০ এই হেতুকে এতিয়া যিহোৱাৰ অসাক্ষাতে মোৰ তেজ ভূমিত নপৰোক; কিয়নো পৰ্ব্বতত কইৰা চৰাইৰ পাছত খেদি ফুৰা চিকাৰীৰ নিচিনাকৈ, ইস্ৰায়েলৰ ৰজাই এটা কুকুৰচিটিকাক বিচাৰিবলৈ ওলাই আহিছে। ২১ তাতে চৌলে কলে, মই পাপ কৰিলোঁ। হে মোৰ বোপা দায়ূদ, তুমি উভতি আহাঁ; মই তোমাক আৰু হিংসা নকৰোঁ; কিয়নো আজি মোৰ প্ৰাণ তোমাৰ দৃষ্টিত মহামূল্যবান হল: দেখা, মই অজ্ঞানৰ কৰ্ম্ম কৰিলোঁ আৰু অতিশয় ভুলত পৰিলোঁ। ২২ পাছে দায়ূদে উত্তৰ দি কলে, হে মহাৰাজ, বড়শাপাত দেখোক; ডেকাবিলাকৰ কোনো এজনে আহি ইয়াক লৈ যাওক। ২৩ যিহোৱাই প্ৰতিজনক তাৰ ধাৰ্ম্মিকতা আৰু বিশ্বস্ততা অনুসাৰে প্ৰতিফল দিব; কিয়নো যিহোৱাই আজি আপোনাক মোৰ হাতত সোধাই দিছিল, কিন্তু মই যিহোৱাৰ অভিষিক্ত জনৰ বিৰুদ্ধে হাত দাঙিবলৈ সম্মত নহলোঁ।

[24] এই হেতুকে দেখোক, আজি যেনেকৈ মোর সাক্ষাতে আপোনার প্ৰাণ মহামূল্যবান হল, তেনেকৈ যিহোৱাৰ সাক্ষাতে মোর প্ৰাণো মহামূল্যবান হওক, আৰু তেওঁ সকলো সঙ্কটর পরা মোক উদ্ধার করোক। [25] পাছে চৌলে দায়ূদক কলে, হে মোর বোপা দায়ূদ, তুমি ধন্য; তুমি অৱশ্যে মহৎ কৰ্ম্ম করিবা, আৰু কৃতকাৰ্য্যও হবা। পাছে দায়ূদ আপোন বাটেদি গুচি গল, আৰু চৌলো আপোন ঠাইলৈ উভটি গল।

দায়ূদ পলেষ্টীয়া দেশর চিক্লগত থকা।

২৭ পাছে দায়ূদে মনতে ভাবিলে, ইয়ার ভিতরতে ময় কোনো এদিনা চৌলর হাতত বিনষ্ট হম। পলেষ্টীয়াবিলাকর দেশলৈ পলাই যোৱার বাহিরে, মোর আৰু উপায় নাই; তালৈ গলে চৌলে ইস্ৰায়েলর আটাই অঞ্চলত মোক বিচারিবলৈ ক্ষান্ত হব, আৰু ময় তেওঁর হাতর পরা সারিম। [2] এই হেতুকে দায়ূদে উঠি আপোনার লগর ছশ লোক লৈ, মায়োকর পুত্ৰ গাতর রজা আখীচর ওচরলৈ গল। [3] আৰু দায়ূদ আৰু তেওঁর লোকবিলাকে আপোন আপোন পরিয়ালে সৈতে গাতত আখীচর ওচরত বাস করিলে, বিশেষকৈ দায়ূদ আৰু যিজ্ৰিয়েলীয়া অহীনোৱম ও মৃত নাবলর তিৰুতা কৰ্ম্মিলীয়া অবীগল আপোনার এই দুজনী ভাৰ্য্যা তাত প্ৰবাস করিলে। [4] পাছে দায়ূদ পলাই যোৱা সম্বাদ চৌলে শুনি তেওঁক আৰু নিবিচারিলে।

[5] তার পাছে দায়ূদে আখীচক কলে, ময় যদি আপোনার দৃষ্টিত অনুগ্ৰহপ্ৰাপ্ত হৈছোঁ, তেন্তে দেশর নগরবোৰর মাজর কোনো এখন নগরত থাকিবলৈ মোক ঠাই দিওক; কিয়নো আপোনার এই দাসে আপোনার লগত রাজধানীত কেলেই বসতি করিব? [6] তাতে আখীচে সেই দিনা চিক্লগ নগর তেওঁক দিলে; এই কারণে আজিলৈকে চিক্লগ যিহুদার রজাবিলাকর অধিকারত আছে।

[7] দায়ূদে পলেষ্টীয়াবিলাকর দেশত বাস করা কালর লেখ পুরা এবছর চারি মাহ। [8] সেই সময়ত দায়ূদ আৰু তেওঁর লোকবিলাকে গৈ, গচূরীয়া, গিৰ্জ্জীয়া, আৰু অমালেকীয়া লোকবিলাকক আক্ৰমণ করিছিল; কিয়নো সেই জাতিবিলাকে চূরর ফাললৈ মিচরলৈকে বিস্তৃত হোৱা দেশত পূৰ্ব্বকালর পরা বাস করি আছিল। [9] দায়ূদে সেই দেশত থকা লোকবিলাকক আঘাত করি, সিহঁতর মটা কি তিৰুতা কাকো জীয়াই নেরাখে; আৰু মের, গৰু, গাধ, উট, আৰু কাপর আদি লৈ উভটি আখীচর ওচরলৈ আহে; [10] তাতে, আজি তোমালোকে কলৈ গৈ লুট করিছিলা? এই বুলি আখীচে সুধিলে দায়ূদে যিহুদার দক্ষিণ অঞ্চল বুলি, বা যিরহমেলীয়াবিলাক থকা দক্ষিণ অঞ্চল বুলি, বা কেনীয়াবিলাক থকা দক্ষিণ অঞ্চল বুলি কয়। [11] কিন্তু, দায়ূদে এনে তেনে কৰ্ম্ম করিলে বুলি আমার অহিতে সিহঁতে কব, এই বুলি দায়ূদে কোনো মটা বা তিৰুতাক গাতলৈ আনিবর অৰ্থে জীয়াই নেরাখে; তেওঁ পলেষ্টীয়াবিলাকর দেশত বাস করা গোটেই কালত এই রূপ ব্যৱহার করিছিল। [12] আৰু দায়ূদে নিজ জাতি ইস্ৰায়েলর আগত আপোনাকে নিচেই ঘিণলগীয়া করিছে, এতেকে সি সদায় মোর দাস হৈ থাকিব, এনে বুলি আখীচে দায়ূদত বিশ্বাস করিলে।

দায়ূদে পলেষ্টীয়া সৈন্যসামন্তর লগ লোৱা। চৌলে এজনী ভূত পোহা তিৰুতার ওচরলৈ যোৱা।

২৮ সেই কালত পলেষ্টীয়া লোকবিলাকে ইস্ৰায়েলে সৈতে রণ করিবর অভিপ্ৰায়েরে আপোনাবিলাকর সৈন্যসামন্ত গোটালে। তাতে আখীচে দায়ূদক কলে, তুমি আৰু তোমার লোকবিলাকে সৈন্যসামন্তর মাজত সোমাই মোর লগত যাব লাগিব, ইয়াক নিশ্চয়ে জানিবা। [2] তেতিয়া দায়ূদে আখীচক কলে, ভাল, আপোনার এই দাসে কি করিব পারে, তাক আপুনি জানিব পারিব। তাতে আখীচে দায়ূদক কলে, বারু, জীয়াই থাকোঁমানে ময়ো তোমাক মোর গা-রখীয়া পাতিম।

[3] চমূৱেলর মৃত্যু হলত, গোটেই ইস্ৰায়েলে তেওঁর নিমিত্তে বিলাপ করি তেওঁর আপোন নগর রামাত তেওঁক মৈদাম দিয়ার পাছে, আৰু ভূত পোহা ও গুণমন্ত্ৰ জনা লোকবিলাকক চৌলে দেশর পরা দূর করার পাছে, [4] পলেষ্টীয়াবিলাকে গোট খাই আহি চূনেমত ছাউনি

পাতিলে, আৰু চৌলেও আটাই ইস্রায়েলক গোট খুৱাই গিল্‌বোৱাত ছাউনি পাতিলে। ৫ কিন্তু চৌলে পলেষ্টীয়াবিলাকৰ সৈন্যসামন্ত দেখি ভয় কৰিলে, আৰু তেওঁৰ হৃদয় বৰকৈ কঁপিল। ৬ আৰু চৌলে যিহোৱাৰ গুৰিত সুধিলত, যিহোৱাই সপোনৰ দ্বাৰায়, কি উৰীমৰ দ্বাৰায়, কি ভাববাদীবিলাকৰ দ্বাৰায়, কাৰো দ্বাৰায় তেওঁক উত্তৰ নিদিলে। ৭ তেতিয়া চৌলে আপোনাৰ দাসবিলাকক কলে, তোমালোকে মোৰ অৰ্থে কোনো ভূত পোহা তিৰুতা বিচাৰা; মই তাইৰ ওচৰলৈ গৈ তাইক সুধিম। পাছে তেওঁৰ দাসবিলাকে তেওঁক কলে, দেখোক, অয়িন্‌-দোৰত এজনী ভূত পোহা তিৰুতা আছে। ৮ তাতে চৌলে বেলেগ কাপৰ পিন্ধি ছদ্মবেশ ধৰি, দুজন মানুহ লগত লৈ যাত্ৰা কৰিলে; আৰু সিবিলাক ৰাতিয়েই সেই তিৰুতাৰ ওচৰলৈ গলত, তেওঁ কলে, মই বিনয় কৰোঁ, তুমি মোৰ নিমিত্তে এবেলি ভৌতিক বিদ্যাৰে কাৰ্য্য কৰি, মই যাৰ নাম কম, তাক তুলি আনা। ৯ তাতে সেই তিৰুতাই তেওঁক কলে, দেখা, চৌলে কি কৰিলে, তেওঁ কেনেকৈ ভূত পোহাবোৰক আৰু গুণমন্ত্ৰ জনাবিলাকক দেশৰ পৰা উচ্ছন্ন কৰিলে, তাক তুমি জানি আছা; এই হেতুকে মোক বধ কৰিবলৈ মোৰ প্ৰাণৰ বিৰুদ্ধে কিয় ফান্দ পাতিছা? ১০ তাতে চৌলে যিহোৱাৰ নামেৰে তাইৰ আগত শপত কৰি কলে, যিহোৱাৰ জীৱনৰ শপত, ইয়াতে তোমালৈ কোনো দণ্ড নঘটিব। ১১ তেতিয়া সেই তিৰুতাই সুধিলে, মই তোমাৰ গুৰিলৈ কাক তুলি আনিম? তাতে তেওঁ কলে, চমূৱেলক তুলি আনা। ১২ পাছে সেই তিৰুতাই চমূৱেলক দেখা পাই, বৰকৈ চিঁঞৰ মাৰিলে; আৰু তাই চৌলক কলে, আপুনি মোক কিয় ভাঁৰিলে? কিয়নো আপুনিয়েই চৌল। ১৩ তেতিয়া ৰজাই তাইক কলে, ভয় নকৰিবা; তুমি কি দেখিছা? তাতে সেই তিৰুতাই চৌলক কলে, এজন দেৱতা ভূমিৰ পৰা উঠিবৰ দেখিছোঁ। ১৪ চৌলে সুধিলে, তেওঁৰ ৰূপ কেনেকুৱা? তাই কলে, এজন বৃদ্ধ উঠিছে; তেওঁ জামাৰে ঢকা আছে। তাতে চৌলে তেওঁক চমূৱেল বুলি বুজি আঁঠু পাৰি মাটিত মুখ লগাই প্ৰণিপাত কৰিলে। ১৫ পাছে চমূৱেলে চৌলক সুধিলে, তুমি মোক তুলি কিয় আমনি কৰিছা? তাতে চৌলে উত্তৰ কৰিলে, মই অতিশয় সঙ্কটত আছোঁ; কিয়নো পলেষ্টীয়াবিলাকে মোৰ বিৰুদ্ধে যুদ্ধ কৰিছে, যিহোৱাই মোক ত্যাগ কৰিলে, ভাববাদীৰ দ্বাৰায় কি সপোনৰ দ্বাৰায় মোক আৰু উত্তৰ নিদিয়ে; এতেকে মই কি কৰা উচিত, তাকে মোক জনাবৰ নিমিত্তে আপোনাক মতালোঁ। ১৬ তাতে চমূৱেলে কলে, যিহোৱাই তোমাক ত্যাগ কৰি তোমাৰ শত্ৰু হল; তেন্তে তুমি মোক কিয় সুধিছা? ১৭ যিহোৱাই মোৰ দ্বাৰায় যি ৰূপে কোৱাইছিল, তেওঁ সেই ৰূপেই কৰিলে; যিহোৱাই তোমাৰ হাতৰ পৰা ৰাজ্য কাঢ়ি লৈ তোমাৰ চুবুৰীয়া দায়ূদক দিলে। ১৮ তুমি যিহোৱাৰ বাক্য মনা নাই, আৰু অমালেকলৈ তেওঁৰ প্ৰচণ্ড কোপ সিদ্ধ কৰা নাই; এই কাৰণে আজি যিহোৱাই তোমালৈ এই কৰ্ম্ম কৰিলে। ১৯ ইয়াত বাজে যিহোৱাই তোমাৰ লগত ইস্রায়েলকো পলেষ্টীয়াবিলাকৰ হাতত সোধাই দিব, আৰু কাইলৈ তুমি আৰু তোমাৰ পুত্ৰবিলাকো মোৰ লগত হবা; যিহোৱাই ইস্রায়েলৰ সৈন্যসামন্তকো পলেষ্টীয়াবিলাকৰ হাতত সমৰ্পণ কৰিব। ২০ তাতে চৌল তেতিয়াই মাটিত দীঘল হৈ পৰিল; কিয়নো তেওঁ চমূৱেলৰ বাক্যত বৰ ভয় পালে; আৰু গোটেই দিন গোটেই ৰাতি অনাহাৰে থকাত, তেঁওৰ গাত একো শক্তি নেথাকিল। ২১ পাছে সেই তিৰুতাই চৌলৰ ওচৰলৈ আহি তেওঁক অতিশয় বিহ্বল হোৱা দেখি কলে, দেখোক, আপোনাৰ বেটী মই আপোনাৰ বাক্য মানি আঁচলৰ আগত আপোন প্ৰাণ বান্ধি লৈ, আপুনি মোক কোৱা বাক্যৰ দৰে কৰিলোঁ। ২২ এই হেতুকে বিনয় কৰোঁ, এতিয়া আপুনিও এই বেটীৰ বাক্যলৈ কাণ দিওক, মই আপোনাৰ আগত কিছুমান খোৱা বস্তু আনি দিওঁ, আপুনি ভোজন কৰোক; তাতে বাটত যাবলৈ কিছু শক্তি পাব। ২৩ কিন্তু তেওঁ অমান্তি হৈ কলে, মই ভোজন নকৰোঁ; তথাপি তেওঁৰ দাসবিলাকে আৰু সেই তিৰুতাই বৰকৈ ধৰি মিনতি কৰাত, তেওঁ সিহঁতৰ কথা শুনি, মাটিৰ পৰা উঠি খাটত বহিল। ২৪ তেতিয়া, সেই তিৰুতাৰ ঘৰত এটা পুষ্ট দামুৰি থকাত তাই তাক বেগাই মাৰিলে, আৰু আটা লৈ খচি খমীৰ নিদিয়া পিঠা তাও দি

বৃগুত্ত করিলে। [২৫] পাছে চৌলর আৰু তেওঁর দাসবিলাকর আগত তাক নি দিলত, সিবিলাকে তাক ভোজন করিলে। পাছে সেই রাতিয়েই সিবিলাক উঠি গুচি গল।

দায়ূদে পলেষ্টীয়া সৈন্যসামন্তর লগ এরা। তেওঁ অমালেকীয়াইঁতর ওপরত প্রতিকার সধা।

২৯ পাছে পলেষ্টীয়াবিলাকে আপোন সৈন্য-সামন্তক অফেকত গোট খুৱালে, আৰু ইস্রায়েল লোকবিলাকে যিজ্রিয়েলত থকা ভুমুকর ওচরত ছাউনি পাতিলে। [২] আৰু যেতিয়া পলেষ্টীয়া অধিপতিবিলাকে শয়ে শয়ে হাজারে হাজারে সৈন্য লৈ ক্রমেরে আগ বাঢ়ি গৈছিল, তেতিয়া সকলোরে শেষত আখীচর লগত দায়ূদ আৰু তেওঁর লোকবিলাকো চলিছিল। [৩] তাতে পলেষ্টীয়া অধিপতিবিলাকে সুধিলে, এই ইব্রীয়া-বিলাকে ইয়াত কি করে? তেতিয়া আখীচে পলেষ্টীয়া অধিপতিবিলাকক উত্তর দি কলে, সেই মানুহ জানো ইস্রায়েলর রজা চৌলর দাস দায়ূদ নহয়? সি কত দিন আৰু কত বছর মোর লগত বাস করিছে; আৰু সি যি দিনরে পরা মোর ফলীয়া হল, সেই দিনরে পরা আজিলৈকে ময় তার কোনো দোষ পোৱা নাই। [৪] কিন্তু তেওঁর ওপরত পলেষ্টীয়া অধিপতিবিলাকর খং উঠিল, আৰু পলেষ্টীয়া অধিপতিবিলাকে তেওঁক কলে, তুমি তাক ওলোটাই পঠাই দিয়া; তুমি যি ঠাই তাক নিরূপণ করি দিছিলা, সি আপোনার সেই ঠাইলৈ উলটি যাওক, আমার লগত যুদ্ধলৈ নাহোক, আহিলে কিজানি যুদ্ধত সি আমার শত্রু হব; কিয়নো সি কিহেরে আপোন প্রভুক প্রসন্ন করিব? [৫] এই লোকবিলাকর মূরেরে নহয় নে? যার বিষয়ে লোকবিলাকে নাচ্‌বাগ করি উত্তর-প্রত্যুত্তরক্রমে এই রূপে গান করিছিলে, বোলে,

চৌলে বধিলে হাজার হাজার লোকক,
দায়ূদে বধিলে অযুত অযুত লোকক,

ই জানো সেই দায়ূদ নহয়? [৬] তেতিয়া আখীচে দায়ূদক মতাই কলে, যিহোৱার জীৱনর শপথ, তুমি সরল লোক, আৰু সৈন্যসামন্তর মাজত মোর লগত তুমি অহা-যোৱা করা ময় ভাল দেখিছোঁ; কিয়নো তুমি মোর ওচরলৈ অহা দিনরে পরা আজিলৈকে ময় তোমার কোনো দোষ পোৱা নাই; তথাপি অধিপতি-বিলাকর দৃষ্টিত তুমি ভাল নোহোৱা। [৭] এতেকে পলেষ্টীয়া অধিপতিবিলাকক বেজার নিদিবর নিমিত্তে তুমি এতিয়া কুশলে উভটি যোৱা। [৮] তাতে দায়ূদে আখীচক কলে, কিন্তু ময় কি করিলোঁ? যেতিয়ারে পরা আপোনার আগত আছোঁ, তেতিয়ারে পরা আজিলৈকে আপুনি এই দাসত কি দোষ পালে, যে ময় আপোন প্রভু মহারাজর শত্রুবোরর লগত যুদ্ধ করিবলৈ যাব নোৱারোঁ? [৯] তাতে আখীচে দায়ূদক উত্তর দি কলে, ময় জানিছোঁ, যে, ঈশ্বরর দূতর নিচিনা তুমি মোর দৃষ্টিত উত্তম; তথাপি পলেষ্টীয়া অধিপতিবিলাকে কৈছে, সেই মানুহ আমার লগত রণলৈ যাব নোৱারে। [১০] এই হেতুকে তুমি আৰু তোমার লগত অহা তোমার প্রভুর দাসবিলাকে রাতিপুৱাই উঠিবা, আৰু উঠি পোহর হলেই প্রস্থান করিবা। [১১] তাতে দায়ূদ আৰু তেওঁর লোকবিলাকে প্রভাতে উঠি, পুৱাতে যাত্রা করি পলেষ্টীয়াবিলাকর দেশলৈ উভটি গল। আৰু পলেষ্টীয়াবিলাক যিজ্রিয়েললৈ গল।

৩০ তার পাছে দায়ূদ আৰু তেওঁর লোক-বিলাকে তৃতীয় দিনা চিক্লগ পালেগৈ। সেই সময়র ভিতরতে অমালেকীয়াবিলাকে দক্ষিণ অঞ্চল আৰু চিক্লগ সোমাই আক্রমণ করি, চিক্ল-গক আঘাত করি জুই দি পুরিলে; [২] আৰু তার ভিতরত থকা তিরুতা আদি সরু বড় সকলোকে বন্দী করি লৈ গল, সিহঁতে কাকো বধ নকরি সকলোকে লৈ আপোনার বাটে চলি গল। [৩] আৰু দায়ূদ ও তেওঁর লোকবিলাকে সেই নগরলৈ আহি যেতিয়া দেখিলে, যে, নগর জুইরে ভস্ম করা হল, আৰু সিবিলাকর তিরুতা ও পো-জীবোরক বন্দী করি নিয়া হল, [৪] তেতিয়া দায়ূদ আৰু তেওঁর লগর লোকবিলাকে বড় মাতেরে এনেকৈ কান্দিলে, যে, শেষত কান্দি-বলৈ সিবিলাকর আৰু শক্তি নহল। [৫] সেই সময়ত যিজ্রিয়েলীয়া অহীনোৱম আৰু কর্মিলীয়া মৃত নাবলর তিরুতা অবীগল দায়ূদর এই দুজনী ভার্য্যাক বন্দী করি নিয়া হৈছিল। [৬] তেতিয়া দায়ূদ মহাসঙ্কটত পড়িল; কারণ লোকবিলাকর প্রতিজনর মন আপোন আপোন পো-জীর

নিমিত্তে বেজার লগাত, লোকবিলাকে দায়ূদক শিল দলিয়াই মারিবর কথা কবলৈ ধরিলে। তথাপি দায়ূদে আপোন ঈশ্বর যিহোৱাত আপোনাক সবল করিলে।

[7] পাছে দায়ূদে অহীমেলকর পুত্র অবিয়াথর পুরোহিতক কলে, অনুগ্রহ করি এতিয়া মোর ওচরলৈ এফোদখন আনা। তাতে অবিয়াথরে দায়ূদর ওচরলৈ এফোদখন আনিলে। [8] তেতিয়া দায়ূদে যিহোৱার গুরিত সুধিলে, ময় সেই সৈন্য-দলর পাছত খেদি গলে সিহঁতক লগ পাম নে? তাতে যিহোৱাই তেওঁক কলে, সিহঁতর পাছত যোৱা; কিয়নো অৱশ্যে সিহঁতক লগ পাবা, আরু নিশ্চয়ে সকলোকে উদ্ধারো করিবা। [9] পাছে দায়ূদ আরু তেওঁর লগর ছশ লোকে গৈ বিচোর জুরী পালেগৈ; সেই ঠাইত কেতবোর পাছ পড়া লোক থাকিল। [10] কিন্তু দায়ূদ আরু তেওঁর সঙ্গী চারি শ লোকে শত্রু-বোরর পাছত খেদি গল; কিয়নো দুশ লোক ক্লান্ত হোৱার নিমিত্তে বিচোর জুরী পার হব নোৱরাত তাতে থাকিল। [11] পাছে লোক-বিলাকে পথারর মাজত এটা মিচরীয়া মানুহক পাই দায়ূদর ওচরলৈ আনিলে, আরু সিবিলাকে তাক খাবলৈ খোৱা বস্তু দিয়াত, সি খালে; আরু খাবলৈ তাক পানীও দিলে। [12] বিশেষকৈ সিবিলাকে ডিমরু লদার এডোখর আরু দোথোপা শুকান দ্রাক্ষগুটি তাক দিলে; তাকে খাই সি শক্তি পালে, কিয়নো সি তিন দিন তিনি রাত্তি একো ভোজন-পান নকরাকৈ আছিল। [13] পাছে দায়ূদে তাক সুধিলে, তয় কার মানুহ? আরু ক'র পরা আহিলি? সি কলে, ময় এজন অমালেকীয়ার বন্দী মিচরীয়া ডেকা মানুহ; আজি তিন দিন হল, ময় নরীয়া পড়িলত মোর গরাকীয়ে মোক এরি গল। [14] আমি করেথীয়াহঁতর দক্ষিণ অঞ্চল আরু যিহূদার অধিকার, আরু কালেবর অধিকারর দক্ষিণ অঞ্চললৈ গৈ লুট করিছিলোঁ, আরু চিক্লগ জুই দি পুরিছিলোঁ। [15] পাছে দায়ূদে তাক সুধিলে, তয় সেই দলর ওচরলৈ মোক নমাই লৈ যাব পারিবি নে? তাতে সি কলে, আপুনি মোক বধ নকরোঁ বুলি আরু মোর গরাকীর হাততো সোধাই নিদিওঁ বুলি যদি ঈশ্বরর নামেরে শপথ করে, তেন্তে ময় সেই দলর ওচরলৈ আপোনাক নমাই লৈ যাম। [16] পাছে সি তেওঁক নমাই লৈ গল; তাতে দেখা, পলেষ্টীয়া-বিলাকর আরু যিহূদা দেশর পরা বহুৎ লুট-দ্রব্য অনার নিমিত্তে, সিহঁতে গোটেই দেশ জুরি ভোজন-পান আরু উৎসব করি আছিল। [17] তেতিয়া দায়ূদে সন্ধ্যাকালরে পরা পাছদিনার সন্ধ্যালৈকে সিহঁতক আঘাত করিলে; তাতে উটত উঠি পলোৱা চারি শ মানুহর বাহিরে সিহঁতর মাজর আরু কোনেও রক্ষা নেপালে। [18] আরু অমালেকীয়াবোরে যি যি লৈ গৈছিল, সেই আটাইকে দায়ূদে আকৌ পালে, বিশেষকৈ দায়ূদে আপোনার দুজনী ভার্য্যাকো উদ্ধার করিলে; [19] সিবিলাকর সরু কি বড়, পুতেক কি জীয়েক, আরু লুটদ্রব্য আদি করি সিহঁতে যি যি লুট করি লৈ গৈছিল, তার একোবেই বাকী নেথাকিল; দায়ূদে সকলোকে ওলোটাই আনিলে। [20] আরু দায়ূদে সিহঁতর আটাই গরু আরু মের জাক আপোনার নিমিত্তে ললে, আরু লোকবিলাকে সেইবোরক উদ্ধার করা আন পশু জাকর আগে আগে খেদি নি কলে, এয়ে দায়ূদে লুট করা বস্তু। [21] পাছে, ক্লান্ত হোৱার কারণে দায়ূদর পাছত যাব নোৱরাত, যি দুশ লোকক সিবিলাকে বিচোর জুরীত থৈ গৈছিল, সিবি-লাকে সিহঁতর ওচর পালত, সিহঁতে দায়ূদক আরু তেওঁর লগর লোকবিলাকক আগ বঢ়াই আনিবলৈ ওলাল; তাতে দায়ূদে সিহঁতর ওচর পাই সিহঁতক মঙ্গলবাদ করিলে। [22] কিন্তু দায়ূদর লগত যোৱাবিলাকর মাজর দুর্জ্জন আরু অধম লোকবিলাকে কলে, সিহঁত আমার লগত যোৱা নাই; এতেকে ওলোটাই অনা লুটদ্রব্যর একোকে সিহঁতক নিদিওঁ; কেৱল আমি সিহঁতর প্রতিজনক আপোন আপোন তিরুতা আরু লরা-ছোৱালীহে দিম, সিহঁতে তাকে লৈ গুচি যাওক। [23] তেতিয়া দায়ূদে কলে, হে মোর ভাইবিলাক, আমাক রক্ষা করি আমার বিরুদ্ধে অহা সৈন্যদলক আমার হাতত সোধাই দিয়া যিহোৱাই আমাক যি দিলে, তালৈ তোমা-লোকে সেই রূপে নকরিবা। [24] কোনে নো এই বিষয়ে তোমালোকর কথা শুনিব? কিয়নো যুদ্ধলৈ যোৱা লোকে যেনে ভাগ পাব,

বস্তুর ওচরত থকা লোকেও তেনে ভাগ পাব; দুয়ো সমান ভাগ পাব। [২৫] সেই দিনরে পরা এই কথা ইস্রায়েলর নিমিত্তে বিধি আরু শাসন-প্রণালী হল; এয়ে আজিলৈকে চলি আছে।

[২৬] পাছে, দায়ূদ যেতিয়া চিক্লগলৈ আহিল, তেতিয়া তেওঁ আপোন বন্ধু যিহূদার বৃদ্ধ লোক-বিলাকর ওচরলৈ, লুটি অনা বস্তুর কিছু কিছু পঠাই দি কলে, দেখা, যিহোৱার শত্রুবোরর পরা লুটি অনা বস্তুর মাজর পরা এয়ে তোমালোকর নিমিত্তে পঠোৱা উপহার। [২৭] বৈৎ-এল, দক্ষিণ অঞ্চলর রামোৎ, যত্তীর, [২৮] অরোয়ের, চিফ্‌মোৎ, ইষ্টিমোৱা, [২৯] রাখল, যিরহমেলীয়াবিলাকর নগর-বোর, কেনীয়াবিলাকর নগরবোর, [৩০] হৰ্মা, কোর-আচন, অথাক, [৩১] আরু হিব্রোণ আদি যি যি ঠাইত দায়ূদ আরু তেওঁর লোকবিলাক থাকি-ছিল, সেই সকলো ঠাইর বৃদ্ধবিলাকর ওচরলৈ তেওঁ তাক পঠাই দিলে।

চৌল আরু তেওঁর পুত্রবিলাকর মৃত্যু।

**৩১** পাছে পলেষ্টীয়াবিলাকে ইস্রায়েলর বিরুদ্ধে যুদ্ধ করিলত, ইস্রায়েল লোকবিলাক পলেষ্টীয়াবিলাকর সম্মুখর পরা পলাল, আরু অনেক লোক গিল্‌বোৱা পৰ্ব্বতত হত হৈ পড়িব-লৈ ধরিলে। [২] আরু পলেষ্টীয়াবিলাকে চৌলর আরু তেওঁর পুত্রবিলাকর পাছে পাছে বড়কৈ খেদি গৈ, চৌলর পুত্র যোনাথনক, অবীনাদবক, আরু মল্‌কীচূৱাক বধ করিলে। [৩] পাছে চৌলর বিরুদ্ধে ঘোর যুদ্ধ হল, আরু ধনুৰ্দ্ধরবিলাকে তেওঁক লগ পালত, তেওঁ সেই ধনুৰ্দ্ধরবিলাকর আগত অতিশয় ত্রাসযুক্ত হল। [৪] তাতে চৌলে আপোনার অস্ত্রবাহকক কলে, তোর তরোৱাল কাঁকর পরা উলিয়াই সরকি যোৱাকৈ তারে মোক খোঁচ; নহলে, সেই অচুন্নৎহঁতে আহি সরকি যোৱাকৈ মোক খুঁচিব, আরু মোক অপমান করিব। কিন্তু তেওঁর অস্ত্রবাহকে অতিশয় ভয় পোৱার কারণে মান্তি নহল; এই হেতুকে চৌলে আপোনার তরোৱাল লৈ তার ওপরত পড়িল। [৫] তাতে চৌল মরা দেখি, তেওঁর অস্ত্রবাহকেও আপোনার তরোৱালর ওপরত পড়ি তেওঁর লগত মরিল। [৬] এই রূপে সেই একে দিনাই চৌল, তেওঁর তিনি জন পুত্র, তেওঁর অস্ত্রবাহক, আরু তেওঁর আটাই পুরুষ একেলগে মরিল। [৭] পাছে ইস্রায়েল লোকবিলাক পলোৱা, আরু চৌল ও তেওঁর পুত্রবিলাক মরা যেতিয়া সমথলর সি-কোষত আরু যৰ্দ্দনর পারত থকা ইস্রায়েল লোকবিলাকে দেখিলে, তেতিয়া সিবিলাকে নগরবোর এরি পলাল; তাতে পলেষ্টীয়াবিলাকে আহি সেইবোরত বাস করিলে।

[৮] তার পাছদিনা পলেষ্টীয়াবিলাকে হত লোকবিলাকর সাজ সোলোকাই লবলৈ আহি, গিল্‌বোৱা পৰ্ব্বতত চৌলক আরু তেওঁর তিনি জন পুত্রক পড়ি থকা পালে। [৯] তেতিয়া সিহঁতে তেওঁর মূর কাটি আরু রণর সাজ সোলো-কাই লৈ, আপোনাবিলাকর দেৱতাবোরর ঘরত আরু লোকবিলাকর মাজত বাৰ্ত্তা জনাবর নিমিত্তে, পলেষ্টীয়াবিলাকর দেশর সকলো ফালে পঠাই দিলে। [১০] পাছে সিহঁতে তেওঁর সাজ অষ্টারেৎ দেবীবোরর মন্দিরত রাখিলে, আরু তেওঁর গাডোখর বৈ-চানর গড়ত আরি থলে। [১১] পাছে যেতিয়া যাবেচ-গিলিয়দ-নিবাসীবিলাকে, পলেষ্টীয়াবিলাকে চৌললৈ করা সেই কৰ্ম্মর বাৰ্ত্তা পালে, [১২] তেতিয়া সিবিলাকর আটাই বীরবিলাকে উঠি, সেই ওরে-রাতি গৈ চৌলর আরু তেওঁর পুত্রবিলাকর শৱবোর বৈৎ-চানর গড়র পরা নমাই যাবেচলৈ লৈ আহি, তাত পুরি পেলালে; [১৩] আরু সিবিলাকর অস্থি লৈ যাবেচত থকা ঝাউ গছজোপার তলত পুতি থলে, আরু সাত দিন লঘোন দিলে।

# চমূৱেলর দ্বিতীয় পুস্তক।

দায়ূদে চৌলর মৃত্যু-সম্বাদ পোৱা।
তেওঁ করা বিলাপর গীত।

১ চৌলর মৃত্যুর পাছে, দায়ূদে অমালেকীয়াবিলাকক বধ করি উলটি আহি চিক্লগত দুদিন থাকিল। ২ পাছে তৃতীয় দিনা এটা মানুহ সৈন্যসামন্তর পরা বাহির হৈ চৌলর ওচরর পরা আহিল; তার কাপর ফলা আরু মূরত মাটি লোৱা; সি দায়ূদর ওচর পাই মাটিলৈ মুখ করি পড়ি প্রণিপাত করিলে। ৩ তাতে দায়ূদে তাক সুধিলে, তুমি ক'র পরা আহিছা? সি তেওঁক কলে, ময় ইস্রায়েলর সৈন্যসামন্তর পরা পলাই আহিছোঁ। ৪ দায়ূদে তাক সুধিলে, কি হল? মোক কোৱাছোন। সি কলে, লোকবিলাক যুদ্ধর পরা পলাল, আরু লোকবিলাকর মাজত অনেক মরা পড়িল; আরু চৌল ও তেওঁর পুত্র যোনাথনো মরিল। ৫ পাছে দায়ূদে সেই সম্বাদ দিয়া ডেকাক সুধিলে, চৌল আরু তেওঁর পুত্র যোনাথন যে মরিল, তাক তুমি কেনেকৈ জানিলা? ৬ তাতে বার্ত্তা দিয়া সেই ডেকাই কলে, ঘটনাক্রমে ময় গিল্‌বোৱা পর্ব্বতত আছিলোঁ; তাতে দেখা, চৌলে বড়শার ওপরত ভর দি আছিল, আরু রথ ও অশ্বারোহীবিলাকে তেওঁর পাছে পাছে বড়কৈ খেদি আহিছিল। ৭ এনেতে তেওঁ পাছলৈ মুখ ঘূরাই মোক দেখি মাতিলে। তেতিয়া, ময় আছোঁ বুলি কলত, ৮ তেওঁ মোক সুধিলে, তুমি কোন? ময় কলোঁ, ময় অমালেকীয়া মানুহ। ৯ পাছে তেওঁ মোক কলে, ময় বিনয় করোঁ, তুমি মোর ওচরত থিয় হৈ মোক বধ করা; কারণ মোক শিরামূরিয়ে ধরিছে, আরু এতিয়াও প্রাণ মোত সম্পূর্ণ আছে। ১০ তাতে ময় গৈ তেওঁর ওচরত থিয় হৈ তেওঁক বধ করিলোঁ; কিয়নো, পরাজিত হোৱার পাছে যে তেওঁ আরু জীয়াই নেথাকিব, তাক ময় নিশ্চয়ে জানিছিলোঁ; আরু ময় তেওঁর মূরর কিরীটি, আরু বাহুর বাজু লৈ এই ঠাইলৈ মোর প্রভুর ওচরলৈ আহিছোঁ। ১১ তেতিয়া দায়ূদে আপোনার কাপর ধরি ফালিলে, আরু তেওঁর লগর আটাই লোকবিলাকেও সেই দরে করিলে। ১২ চৌল, তেওঁর পুত্র যোনাথন, আরু যিহোৱার প্রজা ইস্রায়েল বংশ তরোৱালত পতিত হোৱাতে সিবিলাকে শোক করি কান্দিলে, আরু সন্ধ্যালৈকে লঘোনে থাকিল। ১৩ পাছে দায়ূদে সেই বার্ত্তা অনা ডেকাক কলে, তুমি ক'র মানুহ? সি কলে, ময় এজন প্রবাসী অমালেকীয়া মানুহ। ১৪ দায়ূদে তাক কলে, তুমি যিহোৱার অভিষিক্ত জনক নষ্ট করিবর অর্থে আপোনার হাত মেলিবলৈ ভয় নকরিলা, ই কেনে কথা? ১৫ পাছে দায়ূদে ডেকাবিলাকর মাজর এটাক মাতি আজ্ঞা দি কলে, তুমি ওচরলৈ গৈ তাক আক্রমণ করা; তাতে সি গৈ তাক এনেকৈ প্রহার করিলে, যে, সি মরিল। ১৬ আরু দায়ূদে তাক কলে, তোর রক্তপাতর দোষ তোর মূরতেই থাকোক; কিয়নো, ময়েই যিহোৱার অভিষিক্ত জনক বধ করিলোঁ বুলি তোর আপোন মুখেই তোর বিরুদ্ধে সাক্ষ্য দিলে।

১৭ পাছে দায়ূদে চৌলর আরু তেওঁর পুত্র যোনাথনর বিষয়ে এই বিলাপেরে বিলাপ করিলে। ১৮ আরু তেওঁ যিহুদার সন্তানবিলাকক এই ধনুর্গীত শিকাবলৈ দিলে; দেখা, সেয়ে যাচের পুস্তকখনিত লিখা আছে।

১৯ হে ইস্রায়েল, তোমার উচ্চস্থানবোরত
রত্ন দুটী বধ করা হল;
হায় হায়, বীরবিলাক কেনেকৈ পতিত হল!
২০ গাতত তাক প্রকাশ নকরিবা,
অস্কিলোনর বাটত তাক প্রচার নকরিবা;
করিলে পলেষ্টীয়াইতর জীয়ারীবিলাকে
আনন্দ করিব,
অচুন্নৎইতর জীয়ারীবিলাকে উল্লাস করিব।
২১ হে গিল্‌বোৱার পর্ব্বত্‌কেইটা,

তোমালোকৰ ওপৰত নিয়ৰ কি বৰষুণ, বা
উত্তোলনীয় নৈবেদ্যৰ পথাৰ নহওক ;
কিয়নো সেই ঠাইত বীৰবিলাকৰ ঢাল
পেলোৱা হল,
তেলেৰে অভিষিক্ত নোহোৱা চৌলৰ ঢাল
পেলোৱা হল।
[22] হত লোকবিলাকৰ তেজ আৰু বীৰবিলাকৰ
তেলৰ পৰা যোনাথনৰ ধনু বিমুখ
নহৈছিল,
চৌলৰ তৰোৱালো শুদাই উলটি নাহিছিল।
[23] চৌল আৰু যোনাথন জীৱনৰ কালত প্ৰিয়
আৰু সন্তোষজনক আছিল,
আৰু মৰণৰ কালতো সিবিলাক দুজন পৃথক
নহল ;
তেওঁবিলাক কুৰৰ পক্ষীতকৈয়ো বেগী
আছিল ;
তেওঁবিলাক সিংহতকৈয়ো বলবান আছিল।
[24] হে ইস্ৰায়েলৰ জীয়াৰীবিলাক, চৌলৰ
নিমিত্তে ক্ৰন্দন কৰা ;
তেওঁ তোমালোকক ৰঙা বৰণীয়া বস্ত্ৰ পিন্ধাই
ভূষিত কৰিছিল,
তেওঁ তোমালোকৰ বস্ত্ৰৰ ওপৰত সোণৰ
অলঙ্কাৰ পিন্ধাইছিল।
[25] হায় হায়, যুদ্ধৰ মাজত বীৰবিলাক কেনেকৈ
পতিত হল !
তোমাৰ উচ্চস্থানবোৰত যোনাথন হত হল !
[26] হে মোৰ ভাই যোনাথন, তোমাৰ নিমিত্তে
ময় দুঃখিত হৈছোঁ ;
তুমি মোৰ অতিশয় সন্তোষজনক আছিলা ;
নাৰীবিলাকৰ প্ৰেমতকৈয়ো তোমাৰ প্ৰেম
মোৰ পক্ষে চমৎকাৰ আছিল।
[27] হায় হায়, বীৰবিলাক কেনেকৈ পতিত হল !
আৰু যুদ্ধৰ অস্ত্ৰবোৰ কেনেকৈ নষ্ট হল !

দায়ুদে যিহুদাৰ ওপৰত ৰাজত্ব পোৱা।
গিবিয়োনত যুদ্ধ কৰা।

২ তাৰ পাছে দায়ুদে যিহোৱাৰ গুৰিত সুধিলে, ময় যিহুদাৰ কোনো এখন নগৰলৈ উঠি যাম নে ? তাতে যিহোৱাই কলে, উঠি যোৱা। দায়ুদে সুধিলে কলৈ উঠি যাম ? তেওঁ কলে, হিব্ৰোণলৈ। [2] এই হেতুকে দায়ুদে যিজ্ৰিয়েলীয়া অহীনোৱম আৰু কৰ্মিলীয়া মৃত নাবলৰ তিৰুতা অবীগল আপোনাৰ এই দুজনী ভাৰ্য্যাক লগত লৈ সেই ঠাইলৈ গল। [3] আৰু দায়ুদে আপোনাৰ লগৰবিলাকক প্ৰতিজনৰ আপোন আপোন পৰিয়ালে সৈতে লৈ গল ; তাতে সিবিলাকে হিব্ৰোণৰ নগৰবোৰত বাস কৰিলে। [4] পাছে যিহুদাৰ লোকবিলাকে আহি, সেই ঠাইতে দায়ুদক যিহুদা-বংশৰ ওপৰত ৰজা অভিষেক কৰিলে।

তাৰ পাছে যিবিলাকে চৌলক মৈদাম দিছিল, সিবিলাক যাবেচ-গিলিয়দৰ মানুহ বুলি লোকে দায়ুদক বাৰ্ত্তা দিলত, [5] দায়ুদে যাবেচ-গিলিয়দৰ লোকবিলাকৰ ওচৰলৈ দূত পঠাই কলে, তোমালোকে আপোন প্ৰভু চৌলক মৈদাম দি যি দয়া ব্যৱহাৰ কৰিলা, তাৰ কাৰণে তোমালোক যিহোৱাৰ আশীৰ্ব্বাদপ্ৰাপ্ত হোৱা। [6] আৰু এতিয়া যিহোৱাই তোমালোকলৈ দয়া আৰু সত্য ব্যৱহাৰ কৰোক ; আৰু তোমালোকে সেই কাৰ্য্য কৰা হেতুকে ময়ো তোমালোকলৈ সেই দয়াৰ সলনি অনুগ্ৰহ কৰিম। [7] এই হেতুকে এতিয়া তোমালোকৰ হাত সবল হওক, আৰু তোমালোক সাহীয়াল হোৱা ; কিয়নো তোমালোকৰ প্ৰভু চৌলৰ মৃত্যু হোৱাত, যিহুদা-বংশই আপোনাবিলাকৰ ওপৰত মোকেই ৰজা অভিষেক কৰিলে।

[8] ইয়াৰ ভিতৰতে নেৰৰ পুত্ৰ যি অব্‌নেৰ চৌলৰ সেনাপতি আছিল, তেওঁ চৌলৰ পুত্ৰ ঈচ্‌বোচতক মহনয়িমলৈ লৈ গৈ, [9] গিলিয়দৰ, অচূৰীয়াবিলাকৰ, যিজ্ৰিয়েলৰ, ইফ্ৰয়িমৰ, বিন্যামীনৰ, আৰু গোটেই ইস্ৰায়েলৰ ওপৰত ৰজা পাতিলে। [10] (চৌলৰ পুত্ৰ ঈচ্‌বোচতে চল্লিশ বছৰ বয়সত ইস্ৰায়েলৰ ওপৰত ৰাজত্ব কৰিবলৈ আৰম্ভ কৰি দুবছৰ ৰাজশাসন কৰিলে ;) কিন্তু যিহুদা-বংশ দায়ুদৰ পাছত চলোঁতা আছিল। [11] আৰু দায়ুদে হিব্ৰোণত যিহুদা-বংশৰ ওপৰত সাত বছৰ ছমাহ ৰাজত্ব কৰিলে।

[12] এদিন নেৰৰ পুত্ৰ অব্‌নেৰ আৰু চৌলৰ পুত্ৰ ঈচ্‌বোচতৰ দাসবিলাক মহনয়িমৰ পৰা গিবিয়োনলৈ গৈছিল ; [13] এনেতে চৰুয়াৰ পুত্ৰ যোৱাব আৰু দায়ুদৰ দাসবিলাক ওলাই গিবিয়োনৰ পুখুৰিৰ ওচৰত সিবিলাকৰ সম্মুখত উপ-

স্থিত হলত, এদল পুখুৰিৰ ইপাৰে আন দল পুখুৰিৰ সিপাৰে বহিল। ১৪ পাছে অব্‌নেৰে যোৱাবক কলে, বিনয় কৰোঁ, ডেকাবিলাকে উঠি আমাৰ আগত যুদ্ধক্ৰীড়া কৰোক; তাতে যোৱাবে কলে, সিবিলাক উঠোক। ১৫ তেতিয়া সংখ্যা অনুসাৰে চৌলৰ পুত্ৰ ঈচ্‌বোচতৰ আৰু বিন্যামীনৰ পক্ষে বাৰ জন, আৰু দায়ূদৰ দাসবিলাকৰ মাজৰ বাৰ জন উঠি আগ বাঢ়িল। ১৬ পাছে সিহঁত প্ৰতিজনে আপোনাৰ অহিতে যুদ্ধ কৰা জনৰ মূৰত ধৰি কোষত তৰোৱালেৰে খোঁচাত, সকলো একেলগে মৰা পড়িল; এই হেতুকে সেই ঠাই হিল্‌কৎ-হচ্‌ৰীম নামেৰে প্ৰখ্যাত হল; সেয়ে গিবিয়োনত আছে। ১৭ পাছে সেই দিনা ঘোৰ যুদ্ধ হলত, অব্‌নেৰ আৰু ইস্ৰায়েল লোকবিলাক দায়ূদৰ দাসবিলাকৰ আগত ঘাটিল। সেই ঠাইত যোৱাব, অবীচয়, আৰু অচাহেল নামেৰে চৰূয়াৰ এই তিনি জন পুত্ৰ আছিল; ১৮ সেই অচাহেল বনৰীয়া হৰিণৰ নিচিনা বেগী আছিল। ১৯ পাছে অচাহেলে সোঁ কি বাওঁফালে নুঘূৰি অব্‌নেৰৰ পাছে পাছে খেদি গল। ২০ তেতিয়া অব্‌নেৰে পাছলৈ ঘূৰি চাই সুধিলে, তুমি অচাহেল হোৱা নে? তেওঁ কলে, ময় হওঁ। ২১ তাতে অব্‌নেৰে তেওঁক কলে, তুমি সোঁহাতে বা বাওঁহাতে ঘূৰি, সৌ ডেকাহঁতৰ কোনো এটাক ধৰি তাৰ গাৰ সাজ লোৱাগৈ; কিন্তু অচাহেলে তেওঁৰ পাছত খেদি যোৱাৰ পৰা ঘূৰিবলৈ মান্তি নহল। ২২ পাছে অব্‌নেৰে অচাহেলক পুনৰায় কলে, মোৰ পাছৰ পৰা ঘূৰ; ময় কিয় তোক আঘাত কৰি মাটিত পেলাম? আৰু তাকে কৰিলে, তোৰ ককায়েৰ যোৱাবৰ আগত ময় কি ৰূপে মুখ দেখুৱাম? ২৩ তথাপি তেওঁ ঘূৰিবলৈ মান্তি নহল; এই কাৰণে অব্‌নেৰে বৰ্শাৰ কুৰাৰে তেওঁৰ পেটত এনেকৈ খুঁচিলে, যে, কুৰাডাল পিঠিয়েদি বাহিৰ ওলাল; তাতে তেওঁ সেই ঠাইতে পড়ি তেতিয়াই মৰিল। আৰু যিমান মানুহ অচাহেল পড়ি মৰা ঠাইলৈ আহিছিল, সেই সকলোৱেই থিয় হৈ ৰল। ২৪ কিন্তু যোৱাব আৰু অবীচয়ে অব্‌নেৰৰ পাছে পাছে খেদি গৈ, গিবিয়োন অৰণ্যৰ বাটৰ ওচৰত থকা গীহৰ সম্মুখৰ অম্মা পৰ্ব্বত পাওঁতে বেলি মাৰ গল। ২৫ পাছে বিন্যামীনৰ সন্তানবিলাক অব্‌নেৰৰ পাছত যাবলৈ গোট খাই এদল হৈ, এটা পৰ্ব্বতৰ টিঙত থিয় হৈ ৰল। ২৬ তেতিয়া অব্‌নেৰে যোৱাবক মাতি কলে, তৰোৱালে জানো সদাকাল গ্ৰাস কৰিব? শেষত ইয়াৰ ফল যে অতি তিতা হব, তাক তুমি নেজানা নে? এই হেতুকে তুমি আপোন ভাইবিলাকৰ পাছে পাছে খেদি অহাৰ পৰা ওভোটাবলৈ, আপোনাৰ লোকবিলাকক কিমান কাললৈ আজ্ঞা নিদিয়াকৈ থাকিবা? ২৭ তাতে যোৱাবে কলে, যিহোৱাৰ জীৱনৰ শপথ, তুমি কথা নোকোৱা হলে ৰাতিপুৱাই লোকবিলাকে নিশ্চয়ে গুচি গলহেঁতেন, আৰু প্ৰতিজনে আপোন আপোন ভাইৰ পাছত খেদি নগলহেঁতেন। ২৮ পাছে যোৱাবে শিঙ্গা বজালত, সকলো মানুহ ৰল, ইস্ৰায়েলৰ পাছত কোনেও আৰু খেদি নগল, আৰু যুদ্ধো নকৰিলে। ২৯ তাৰ পাছে অব্‌নেৰে আৰু তেওঁৰ লোকবিলাকে অৰাবাইদি ওৰেৰাতি গৈ যৰ্দ্দন পাৰ হৈ, গোটেই বিথ্ৰোনেদি গৈ মহনয়িম পালেগৈ। ৩০ পাছে যোৱাবে অব্‌নেৰৰ পাছত খেদি যোৱাৰ পৰা উভতি আটাই লোকবিলাকক গোটালত, দায়ূদৰ দাসবিলাকৰ মাজৰ উনৈশ জনক আৰু অচাহেলক নাইকিয়া পালে। ৩১ কিন্তু দায়ূদৰ দাসবিলাকে বিন্যামীনৰ আৰু অব্‌নেৰৰ লোকবিলাকক এনেকৈ আঘাত কৰিলে, যে, সিবিলাকৰ তিনি শ ষাইঠ জন মৰিল। ৩২ পাছে লোকবিলাকে অচাহেলক তুলি নি, বৈৎ-লেহমত তেওঁৰ বাপেকৰ মৈদামতে মৈদাম দিলে; আৰু যোৱাব ও তেওঁৰ লোকবিলাকে ওৰেৰাতি গৈ ৰাতিপুৱা হিব্ৰোণ পালেগৈ।

দায়ূদৰ বলবৃদ্ধি। যোৱাবে অব্‌নেৰক বধ কৰা।

৩ চৌলৰ বংশ আৰু দায়ূদৰ বংশ উভয়ৰ মাজত বহুকাল যুদ্ধ হল; তাতে দায়ূদ ক্ৰমে বলবান হৈ উঠিল, কিন্তু চৌলৰ বংশ হলে ক্ৰমে হীন হৈ গল।

২ হিব্ৰোণত দায়ূদৰ কেইবাটাও পুতেক জন্মিল। তেওঁৰ বড় পুতেক অম্নোন, সি যিজ্ৰিয়েলীয়া অহীনোৱমৰ সন্তান; ৩ তেওঁৰ দ্বিতীয় পুতেক কিলিয়াব, সি কৰ্ম্মিলীয়া মৃত নাবলৰ ভাৰ্য্যা অবীগলৰ সন্তান; তৃতীয়

অবচালোম, সি গচূরর তল্‌ময় রজার জীয়েক মাখার সন্তান; [4] চতুর্থ অদোনিয়া, সি হগ্গীতর সন্তান; পঞ্চম চফটিয়া, সি অবীটলর সন্তান; [5] আরু ষষ্ঠ যিত্রিয়ম, সি দায়ূদর তিরুতা ইগ্লার সন্তান। এই আটাইবিলাক হিব্রোণত দায়ূদর ঔরসত জন্মিল।

[6] যি সময়ত চৌলর বংশ আরু দায়ূদর বংশ এই উভয়র মাজত যুদ্ধ আছিল, সেই সময়ত অব্‌নেরে চৌলর বংশর পক্ষে আপোনাকে পরাক্রমী দেখুৱাইছিল। [7] কিন্তু অয়ার জীয়েক রিস্পা নামেরে চৌলর এজনী উপপত্নী আছিল; তাইর বিষয়ে ঈচ্‌বোচতে অব্‌নেরক কলে, তুমি মোর পিতৃর উপপত্নীত কিয় গমন করিলা? [8] ঈচ্‌বোচতর এই কথাত অব্‌নেরে অতিশয় ক্রুদ্ধ হৈ কলে, ময় জানো যিহূদার ফলীয়া কুকুরর মূর? আজিলৈকে ময় তোমার পিতৃ চৌলর বংশলৈ আরু তেওঁর ভাই-বন্ধুবিলাকলৈ দয়া করি আছোঁ, আরু তোমাক দায়ূদর হাতত সোধাই দিয়া নাই; তথাপি তুমি আজি সেই তিরুতা জনীর বিষয়ে মোক দোষী করিছা। [9] চৌলর বংশর পরা রাজ্য লৈ, দানরে পরা বের-চেবালৈকে গোটেই ইস্রায়েলর ওপরত আরু যিহূদার ওপরত দায়ূদর সিংহাসন স্থাপন করিবলৈ, [10] দায়ূদর আগত যিহোৱাই শপথ করার দরে যদি ময় তেওঁলৈ কার্য্য নকরোঁ, তেন্তে ঈশ্বরে অব্‌নেরক অমুক আরু তাতকৈয়ো অধিক দণ্ড দিওক। [11] তাতে তেওঁ অব্‌নেরক আরু এটা কথাও কব নোৱারিলে; কারণ অব্‌নেরলৈ তেওঁ ভয় করিলে।

[12] পাছে অব্‌নেরে দায়ূদর পক্ষ হৈ তেওঁর ওচরলৈ দূতবোর পঠাই কলে, এই দেশ কার? আরু আপুনি যদি মোর লগত এটা নিয়ম করে, তেন্তে দেখোক, ময় গোটেই ইস্রায়েলক আপোনার ফাললৈ নিবলৈ আপোনার সহায় হম। [13] তাতে দায়ূদে কলে, বারু, ময় তোমার লগত এটা নিয়ম করিম; কেবল এটা বিষয় ময় তোমাক খোজোঁ; যেতিয়া তুমি মোক দেখা করিবলৈ আহিবা, তেতিয়া, প্রথমে চৌলর জীয়েক মীখলক নানিলে, মোক দেখা নেপাবা। [14] পাছে দায়ূদে চৌলর পুত্র ঈচ্‌বোচতর গুরিলৈ দূত পঠাই কলে, ময় পলেষ্টীয়াবিলাকর এশ লিঙ্গাগ্র-চর্ম্ম দিয়াত, যাক মোলৈ বাগ্দান করা হল, মোর সেই ভার্য্যা মীখলক মোক দিয়া। [15] তাতে ঈচ্‌বোচতে মানুহ পঠাই লয়িচর পুতেক পল্‌টীয়েল নামেরে মীখলর গিরিয়েকর পরা তেওঁক লৈ আহিল। [16] তেতিয়া তেওঁর গিরিয়েকে তেওঁর পাছত কান্দি কান্দি বহুরীমলৈকে তেওঁর লগত আহিল। পাছে অব্‌নেরে তাক কলে, যা উভটি যা; তাতে সি উভটি গল।

[17] পাছে অব্‌নেরে ইস্রায়েলর বৃদ্ধ লোকবিলাকর লগত কথোপকথন করি কলে, দায়ূদক তোমালোকর ওপরত রজা পাতিবলৈ তোমালোকে পূর্ব্বে চেষ্টা করিছিলা; [18] এতিয়া তাকে করাহঁক, কিয়নো যিহোৱাই দায়ূদর বিষয়ে কৈছিল, বোলে, ময় আপোন দাস দায়ূদর হতুৱাই মোর প্রজা ইস্রায়েলক পলেষ্টীয়াবিলাকর হাতর পরা আরু সিবিলাকর সকলো শত্রুর হাতর পরাও উদ্ধার করিম। [19] আরু অব্‌নেরে বিন্যামীনর বংশর কাণতো সেই কথা কলে; আরু ইস্রায়েল-বংশ ও বিন্যামীনর গোটেই বংশই যি ভাল দেখিলে, তাকে অব্‌নেরে দায়ূদর আগত জনাবর নিমিত্তে হিব্রোণলৈ গল। [20] এই রূপে অব্‌নেরে বিশ জন লোকক আপোনার লগত লৈ হিব্রোণলৈ দায়ূদর আগলৈ আহিল। তাতে দায়ূদে অব্‌নের আরু তেওঁর লগর মানুহবিলাকর নিমিত্তে ভোজ পাতিলে। [21] আরু অব্‌নেরে দায়ূদক কলে, গোটেই ইস্রায়েলে যেন আপোনারে সৈতে এটা নিয়ম পাতিব, আরু আপুনি আপোনার মনর ইচ্ছার দরে যেন সকলোরে ওপরত রাজত্ব করিব, এই নিমিত্তে ময় উঠি গৈ মোর প্রভু মহারাজর গুরিলৈ সিবিলাক সকলোকে গোটাই আনোগৈ। পাছে দায়ূদে অব্‌নেরক বিদায় দিলত, তেওঁ কুশলে প্রস্থান করিলে। [22] তার পাছে দেখা, দায়ূদর দাসবিলাক আরু যোৱাবে কোনো ঠাইত লুট করি উভটি আহিছিল, আরু লগত বহুৎ লুটদ্রব্য আনিছিল। তেতিয়া অব্‌নের দায়ূদর লগত হিব্রোণত নাছিল; কিয়নো দায়ূদে তেওঁক বিদায় করিলত, তেওঁ কুশলে প্রস্থান করিছিল। [23] পাছে যোৱাব আরু তেওঁর লগর আটাই সৈন্যদল আহিলত, লোকবিলাকে যোৱাবক

কলে, নেরর পুতেক অব্‌নের রজার ওচরলৈ আহিছিল; আরু রজাই তেওঁক বিদায় দিলত, তেওঁ কুশলে প্রস্থান করিলে। [২৪] তেতিয়া যোৱাবে রজার আগলৈ গৈ কলে, আপুনি কি করিলে? দেখোক, অব্‌নের আপোনার ওচরলৈ আহিছিল; আপুনি তাক বিদায় দি কিয় কুশলে যাবলৈ দিলে? [২৫] আপুনি দেখোন নেরর পুতেক অব্‌নেরক জানেই; আপোনাক ভুলাবলৈ, আরু আপোনার অহাযোৱা জানিবলৈ, আরু আপুনি যি যি করিছে, সেই সকলোকে বুজিবলৈহে সি আহিছিল। [২৬] পাছে যোৱাবে দায়ুদর ওচরর পরা বাহির ওলাই অব্‌নেরর পাছত দূত পঠাই দিলত, সিহঁতে গৈ চিরা নাদর ওচরর পরা তেওঁক ওভোটাই আনিলে; কিন্তু দায়ুদে এই কথার বুজ নেপালে। [২৭] পাছে অব্‌নের হিব্রোণলৈ আহিলত, যোৱাবে তেওঁক গুপুতে কথা কবর ছলেরে নগরর দুবারর ভিতরলৈ তেওঁক একলীয়াকৈ লৈ গৈ, আপোন ভায়েক অচাহেলর রক্তপাতর কারণে, সেই ঠাইতে তেওঁর পেটত এনেকৈ আঘাত করিলে, যে, তেওঁ মরিল। [২৮] পাছে, যেতিয়া দায়ুদে সেই কথা শুনিলে, তেতিয়া তেওঁ কলে, নেরর পুত্র অব্‌নেরর রক্তপাতর বিষয়েময় আরু মোর রাজ্য যিহোৱার দৃষ্টিত সদাকাললৈকে নির্দ্দোষী। [২৯] সেই রক্তপাতর দোষ যোৱাবর আরু তার গোটেই পিতৃবংশর ওপরত পড়োক; আরু যোৱাবর বংশত প্রমেহ রোগী, কুষ্ঠী, লাখুটিত ভর দিওঁতা, তরোৱালর দ্বারায় পড়া, বা খাবলৈ নোপোৱা, এনে এনে প্রকার লোকর অভাব নহওক। [৩০] এই রূপে যোৱাবে আরু তেওঁর ভায়েক অবীচয়ে, গিবিয়োনর যুদ্ধত আপোনার ভাই অচাহেলক বধ করার কারণে অব্‌নেরক বধ করিলে।

[৩১] পাছে দায়ুদে যোৱাব আরু তেওঁর লগর লোকবিলাকক কলে, তোমালোকে আপোনাবিলাকর কাপর ফালি কঁকালত চট পিন্ধা, আরু শোক করি করি অব্‌নেরর আগে আগে চলা। আরু দায়ুদ রজাও মরা শবর চাঙর পাছে পাছে চলিল। [৩২] পাছে সিবিলাকে হিব্রোণত অব্‌নেরক মৈদাম দিলে; সেই সময়ত রজাই অব্‌নেরর মৈদামর ওচরত বর মাতেরে ক্রন্দন করিলে, আরু আন সকলো লোকেও কান্দিলে। [৩৩] পাছে রজাই অব্‌নেরর বিষয়ে বিলাপ করি কলে,

অব্‌নেরো অজ্ঞানর দরে মরিব লাগে নে?
[৩৪] তোমার হাত বন্ধা নাছিল, আরু তোমার
ভরিতো বেড়ী লগোৱা নাছিল;
অন্যায় করোঁতা লোকর আগত পতিত হোৱা
জনর দরে তুমি পতিত হলা।

পাছে সকলো লোকে তেওঁর কারণে পুনরায় ক্রন্দন করিলে। [৩৫] পাছে আটাই লোকে বেলি থাকোঁতে দায়ুদক ভোজন করাবলৈ আহিলত, দায়ুদে এই শপথ করিলে, বেলি মার নৌ যাওঁতে ময় যদি পিঠা বা আন কিবা বস্তুরেই আস্বাদ লওঁ, তেন্তে ঈশ্বরে মোক অমুক আরু তাতকৈয়ো অধিক দণ্ড দিওক। [৩৬] তাতে সকলো লোকে তেওঁর এই ব্যবহার দেখি ভাত সন্তোষ পালে; আরু রজাই যি যি করিছিল, তাতো সকলো লোক সন্তুষ্ট হৈছিল। [৩৭] আরু নেরর পুত্র অব্‌নেরক বধ করা কথাত রজার যে অনুমতি নাই, তাক আটাই লোকে আরু সকলো ইস্রায়েলেও সেই দিনা বুজিলে। [৩৮] পাছে রজাই আপোনার দাসবিলাকক কলে, আজি যে ইস্রায়েলর মাজত প্রধান আরু মহান লোক এজন পতিত হল, তাক জানো তোমালোকে নেজানা? [৩৯] ময় অভিষিক্ত রজা হলেও আজি দুর্ব্বল; আরু এই কেইজন লোক চরূয়ার পুতেকবিলাক মোর অবাধ্য; কিন্তু যিহোৱাই কুকর্ম্ম করাটোক তার কুকর্ম্মর দরে প্রতিফল দিওক।

ঈচ্‌বোচতক বধ করা, আরু তার দণ্ড।

**৪** পাছে চৌলর পুত্রই অব্‌নেরক হিব্রোণত মরা কথা শুনিলত, তেওঁর হাত দুর্ব্বল হল, আরু আটাই ইস্রায়েল ব্যাকুল হল। [২] চৌলর পুত্রর দুজন দলপতি আছিল; প্রথম জনর নাম বানা, আরু দ্বিতীয় জনর নাম রেখব; সিহঁত বিন্যামীনর বংশর বেরোতীয়া রিম্মোনর পুতেক; (কিয়নো বেরোতো বিন্যামীনর আধিপত্যর মাজত গণিত হৈছিল, [৩] আরু বেরোতীয়াবিলাক

গিত্তয়িমলৈ পলাই গৈ সেই ঠাইতে আজিলৈকে প্রবাস করি আছে।)

[৪] আৰু চৌলৰ পুত্ৰ যোনাথনৰ, ভুৱোখন ভৰি খোৰা হোৱা এটী পুতেক আছিল। যিজ্ৰিয়েলৰ পৰা যেতিয়া চৌল আৰু যোনাথনৰ মৃত্যুৰ সম্বাদ আহিছিল, তেতিয়া তাৰ পাঁচ বছৰ বয়স আছিল, আৰু তাৰ ধাৱে তাক লৈ পলাই গৈছিল; তাতে তাই বেগেৰে পলাই যাওঁতে সি পৰি খোৰা হৈছিল। তাৰ নাম মফীবোচৎ।

[৫] পাছে বেৰোতীয়া ৰিম্মোনৰ পুতেক সেই ৰেখব আৰু বানাই গৈ দিনৰ টান ৰ'দৰ কালত ঈচ্‌বোচতৰ ঘৰ পালেগৈ; তেতিয়া তেওঁ দুপৰ বেলাৰ সময়ত খাটৰ ওপৰত শুই আছিল। [৬] তাতে সিহঁতে ঘেঁহু ধান অনাৰ ছলেৰে ঘৰৰ ভিতৰলৈ সোমাই গৈ, তাতেই তেওঁৰ পেটত আঘাত কৰিলে; পাছে ৰেখব আৰু তাৰ ককায়েক বানা ছুয়ো পলাই গল। [৭] তেওঁ শোৱা খোঁটালীত আপোন খাটত শুই থাকোঁতেই, সিহঁতে ভিতৰলৈ সোমাই গৈ আঘাত কৰি তেওঁক বধ কৰিলে; পাছে তেওঁৰ মূৰ কাটি, সেই মূৰ লৈ অৰাবাৰ বাটেদি ওৰেৰাতি গল। [৮] আৰু সিহঁতে ঈচ্‌বোচতৰ মূৰটো হিব্ৰোণলৈ দায়ূদৰ ওচৰলৈ নি ৰজাক কলে, দেখোক, আপোনাৰ প্ৰাণনাশৰ চেষ্টা কৰা শত্ৰু চৌলৰ পুতেক ঈচ্‌বোচতৰ মূৰ এইয়া; যিহোৱাই আজি মোৰ প্ৰভু মহাৰাজৰ পক্ষে চৌল আৰু তেওঁৰ বংশৰ ওপৰত প্ৰতিকাৰ সাধিলে। [৯] কিন্তু দায়ূদে বেৰোতীয়া ৰিম্মোনৰ পুতেক ৰেখব আৰু তাৰ ককায়েক বানাক এই উত্তৰ কৰিলে, যি জনাই সকলো সঙ্কটৰ পৰা মোৰ প্ৰাণ উদ্ধাৰ কৰিলে, সেই যিহোৱাৰ জীৱনৰ শপথ, [১০] যেতিয়া কোনো এজন মানুহে শুভবাৰ্ত্তা আনিছোঁ বুলি ভাবি, মোৰ আগত চৌল মৰিল বুলি কৈছিল, তেতিয়া ময় তাক ধৰি চিক্লগত বধ কৰিলোঁ; এইটোকে বাৰ্ত্তা অনা বকচিচ দিছিলোঁ। [১১] পাছে, এতিয়া ছুষ্টবোৰে এজন ধাৰ্ম্মিক লোকক তেওঁৰ ঘৰৰ ভিতৰত তেওঁৰ খাটৰ ওপৰত বধ কৰাত, তহঁতৰ হাতৰ পৰা তেওঁৰ ৰক্তপাতৰ প্ৰতিশোধ তাতকৈ অধিক নলম নে? আৰু পৃথিবীৰ পৰা তহঁতক উচ্ছন্ন নকৰিম নে? [১২] পাছে দায়ূদে আপোনাৰ ডেকাবিলাকক আজ্ঞা কৰাত, সিবিলাকে সিহঁতক বধ কৰি সিহঁতৰ হাত ভৰি কাটি পেলালে, আৰু হিব্ৰোণৰ পুখুৰিৰ পাৰত সিহঁতৰ শব আৰি থলে; কিন্তু ঈচ্‌বোচতৰ মূৰটো লৈ হিব্ৰোণত অব্‌নেৰৰ মৈদামতে থলে।

গোটেই ইস্ৰায়েলৰ ওপৰত দায়ূদ ৰজা হোৱা।
পলেষ্টীয়াইতক জয় কৰা।

৫ পাছে ইস্ৰায়েলৰ সকলো ফৈদে হিব্ৰোণলৈ দায়ূদৰ ওচৰলৈ আহি কলে, দেখোক, আমি আপোনাৰে হাড় আৰু আপোনাৰে মঙহ; [২] আৰু আগেয়ে যেতিয়া চৌল আমাৰ ৰজা আছিল, তেতিয়াও আপুনিয়েই ইস্ৰায়েলক বাহিৰলৈ ভিতৰলৈ অনা-নিয়া কৰিছিল; আৰু যিহোৱাই আপোনাক কৈছিল, যে, তুমিয়েই মোৰ প্ৰজা ইস্ৰায়েলক চৰাবা, আৰু ইস্ৰায়েলৰ ওপৰত অধিপতি হবা। [৩] এই ৰূপে ইস্ৰায়েলৰ আটাই বৃদ্ধ লোক হিব্ৰোণলৈ ৰজাৰ ওচৰলৈ আহিলত, দায়ূদ ৰজাই হিব্ৰোণত যিহোৱাৰ সাক্ষাতে সিবিলাকৰ লগত এটী নিয়ম কৰিলে; আৰু সিবিলাকে ইস্ৰায়েলৰ ওপৰত দায়ূদক ৰজা অভিষেক কৰিলে।

[৪] দায়ূদে ত্ৰিশ বছৰ বয়সত ৰজা হৈ চল্লিশ বছৰ ৰাজত্ব কৰিলে। [৫] তেওঁ হিব্ৰোণত যিহূদাৰ ওপৰত সাত বছৰ ছমাহ ৰাজত্ব কৰিলে; পাছে যিৰূচালেমত গোটেই ইস্ৰায়েলৰ আৰু যিহূদাৰ ওপৰত তেত্ৰিশ বছৰ ৰাজত্ব কৰিলে।

[৬] পাছে ৰজা আৰু তেওঁৰ লোকবিলাকে দেশ-নিবাসী যিবূচীয়াবিলাকৰ বিৰুদ্ধে যিৰূচালেমলৈ যাত্ৰা কৰিলে; সিহঁতে দায়ূদক কলে, তুমি এই ঠাইত সোমাবলৈ নেপাবা; কিয়নো কণাবোৰে আৰু খোৰাবোৰেই তোমাক খেদাই দিব; সিহঁতে ভাবিছিল, দায়ূদ এই ঠাইত সোমাব নোৱাৰিব। [৭] কিন্তু দায়ূদে চিয়োন দুৰ্গ হাত কৰি ললে; সেয়ে দায়ূদৰ নগৰ। [৮] সেই দিনাই দায়ূদে কৈছিল, যি কোনোৱে যিবূচীয়াবিলাকক আঘাত কৰিব খোজে, সি পানীৰ নলাইদি উঠি গৈ দায়ূদৰ ঘিণলগীয়া সেই কণা আৰু খোৰাবোৰক আঘাত কৰোক; এই কাৰণে মানুহে কয়, কণা আৰু খোৰাবোৰ

আছে, সি ঘৰৰ ভিতৰত সোমাব নোৱাৰিব। ৯ পাছে দায়ূদে সেই দুৰ্গত নিবাস কৰি, তাৰ নাম দায়ূদৰ নগৰ ৰাখিলে; আৰু মিল্লোৰ পৰা ভিতৰলৈকে চাৰিওফালে গড় নিৰ্ম্মাণ কৰিলে। ১০ পাছে দায়ূদ ক্রমেৰে বৃদ্ধি পাই মহান হল; কিয়নো বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱা তেওঁৰ সঙ্গে সঙ্গে আছিল।

১১ পাছে তূৰৰ ৰজা হীৰমে দায়ূদৰ ওচৰলৈ দূত পঠালে, আৰু এৰচ কাঠ, কাঠমিস্ত্রীবিলাক, আৰু ৰাজমিস্ত্রীবিলাক পঠাই দিলে, আৰু সিহঁতে দায়ূদৰ নিমিত্তে এটা গৃহ নিৰ্ম্মাণ কৰিলে। ১২ তাতে, যিহোৱাই যে ইস্রায়েলৰ ওপৰত তেওঁক ৰজা পাতিলে, আৰু আপোন প্রজা ইস্রায়েল লোকবিলাকৰ নিমিত্তে তেওঁৰ ৰাজ্যৰ উন্নতি কৰিলে, তাক দায়ূদে বুজিলে।

১৩ দায়ূদে হিব্রোণৰ পৰা অহাৰ পাছে, যিৰূচালেমত আন আন তিৰুতা আৰু উপপত্নী ললে; তাতে দায়ূদৰ আৰু অধিক পো-জী জন্মিল। ১৪ যিৰূচালেমত তেওঁৰ যিবিলাক পুত্র জন্মিল, সিবিলাকৰ নাম এই এই, চম্মুৱা, চোবব, নাথন, চলোমন, ১৫ যিভৰ, ইলীচূৱা, নেফগ, যাফীয়া, ১৬ ইলীচামা, ইলিয়াদা, আৰু ইলীফেলট।

১৭ পাছে দায়ূদক ইস্রায়েলৰ ওপৰত ৰজা অভিষেক কৰা সম্বাদ পাই আটাই পলেষ্টীয়াবিলাকে দায়ূদক বিচাৰি উঠি আহিল। দায়ূদে তাকে শুনি দুৰ্গলৈ নামি গল। ১৮ কিন্তু পলেষ্টীয়াবিলাকে আহি ৰফায়ীম উপত্যকা জুৰি ললে। ১৯ তেতিয়া দায়ূদে যিহোৱাৰ গুৰিত সুধিলে, ময় পলেষ্টীয়াবিলাকৰ বিৰুদ্ধে উঠি যাম নে? তুমি সিহঁতক মোৰ হাতত সমৰ্পণ কৰিবা নে? তাতে যিহোৱাই দায়ূদক কলে, উঠি যোৱা; কিয়নো ময় নিশ্চয়ে পলেষ্টীয়াবিলাকক তোমাৰ হাতত সমৰ্পণ কৰিম। ২০ পাছে দায়ূদে বাল্-পৰাচীমলৈ আহি তাত সিহঁতক আঘাত কৰিলে, আৰু কলে, যিহোৱাই মোৰ শত্রুবোৰক মোৰ সম্মুখত, বাণ পানীয়ে সেতু ভঙ্গাৰ দৰে ভাঙিলে; এই কাৰণে সেই ঠাইৰ নাম বাল-পৰাচীম [ভঙ্গ স্থান] ৰখা হল। ২১ সেই ঠাইত সিহঁতে আপোনাবিলাকৰ মূৰ্ত্তিবোৰ এৰি গল; তাতে দায়ূদ আৰু তেওঁৰ লোকবিলাকে সেই-বোৰ লৈ আহিল।

২২ তাৰ পাছে পলেষ্টীয়াবিলাকে আকৌ আহি ৰফায়ীম উপত্যকা জুৰি ললে। ২৩ তাতে দায়ূদে যিহোৱাৰ গুৰিত সুধিলত, তেওঁ কলে, তুমি উঠি নেযাবা; কিন্তু সিহঁতৰ পাছফালেদি ঘূৰি গৈ, তুনি গছ কেইজোপাৰ সম্মুখত সিহঁতৰ আগত উপস্থিত হবা। ২৪ সেই তুনি গছ কেই-জোপাৰ আগত সৈন্য যোৱাৰ নিচিনা শবদ শুনিলে, তুমি উদ্যোগী হবা; কিয়নো তেতিয়াই যিহোৱাই পলেষ্টীয়াবিলাকৰ সৈন্যসামন্তক আঘাত কৰিবৰ অৰ্থে তোমাৰ আগত যাওঁতা হব। ২৫ পাছে দায়ূদে যিহোৱাৰ আজ্ঞা অনুসাৰে কাৰ্য্য কৰি, গেবাৰ পৰা গেজৰলৈকে পলেষ্টীয়াবিলাকক আঘাত কৰিলে।

### যিৰূচালেমলৈ নিয়ম-চন্দুক অনা।

৬ পাছে, দায়ূদে পুনৰায় ইস্রায়েলৰ আটাই মনোনীত ত্রিশ হাজাৰ লোকক গোটালে। ২ তাৰ পাছে দায়ূদ আৰু তেওঁৰ লগৰ আটাই লোকে উঠি, ঈশ্বৰৰ নাম অৰ্থাৎ কৰূব দুটাৰ মাজত বহা বাহিনীবিলাকৰ যিহোৱাৰ নামেৰে প্রখ্যাত সেই ঈশ্বৰৰ চন্দুক বালি-যিহুদাৰ পৰা আনিবলৈ যাত্রা কৰিলে। ৩ পাছে সিবিলাকে ঈশ্বৰৰ চন্দুক এখন নতুন ৰথত তুলি, পৰ্ব্বতত থকা অবীনাদবৰ ঘৰৰ পৰা উলিয়ালে; অবীনা-দবৰ পুতেক উজ্জা আৰু অহিয়োৱে সেই নতুন ৰথ চলালে। ৪ সিবিলাকে পৰ্ব্বতত থকা অবীনাদবৰ ঘৰৰ পৰা ঈশ্বৰৰ চন্দুকে সৈতে ৰথখন উলিয়াই আনিলে, আৰু অহিয়ো চন্দুকৰ আগে আগে চলিল। ৫ দায়ূদ আৰু ইস্রায়েলৰ আটাই বংশই যিহোৱাৰ আগত, দেবদাৰু কাঠেৰে সজা নানা বাদ্যযন্ত্র আৰু বীণা, নেবল, খঞ্জৰি, খুঁটিতাল আৰু ভোটতাল আদি বজাই ৰঙ্গ দেখুৱালে। ৬ পাছে সিবিলাকে নাখোনৰ মৰণা মৰা ঠাই পালত, গৰুহালে পিচল খোৱাত উজ্জাই হাত মেলি যিহোৱাৰ চন্দুক ধৰিলে; ৭ তেতিয়া উজ্জালৈ যিহোৱাৰ ক্রোধ প্রজ্বলিত হলত, তাৰ ভ্রান্তিৰ নিমিত্তে ঈশ্বৰে সেই ঠাইতে তাক আঘাত কৰিলে; তাতে সি সেই ঠাইতে ঈশ্বৰৰ চন্দুকৰ কোষত মৰিল। ৮ যিহোৱাই উজ্জাক আঘাত কৰাৰ কাৰণে দায়ূদে মনত অসন্তোষ পালে; পাছে সেই ঠাইৰ নাম পেৰচ্-

উজ্জা [উজ্জার আঘাত] রাখিলে; আজিলৈকে সেই নাম আছে। [৯] আৰু দায়ূদে সেই দিনা যিহোৱালৈ ভয় লাগি কলে, যিহোৱার চন্দুক মোর ওচরলৈ কি রূপে আহিব? [১০] এই হেতুকে দায়ূদে যিহোৱার চন্দুক দায়ূদর নগরলৈ আপোনার ওচরলৈ আনিবলৈ ইচ্ছা নকরি, বাটর পরা নি গাতীয়া ওবেদ-ইদোমর ঘরত থলেগৈ। [১১] যিহোৱার চন্দুক গাতীয়া ওবেদ-ইদোমর ঘরত তিনি মাহ থাকিল; তাতে যিহোৱাই ওবেদ-ইদোমক আৰু তার গোটেই ঘরক আশীর্ব্বাদ করিলে। [১২] তার পাছে যিহোৱাই ঈশ্বরর চন্দুকর নিমিত্তে ওবেদ-ইদোমর ঘর আৰু তার সকলোকে আশীর্ব্বাদ করিছে, এই বুলি দায়ূদর আগত কোৱা হল; তাতে দায়ূদে গৈ ওবেদ-ইদোমর ঘরর পরা আনন্দেরে ঈশ্বরর চন্দুক দায়ূদর নগরলৈ আনিলে। [১৩] আৰু যিহোৱার চন্দুক বৈ অনাবিলাক ছখোজ আগ বাঢ়ি গলত, তেওঁ এটা গৰু আৰু এটা হৃষ্টপুষ্ট গৰু পোৱালি বলিদান করিলে। [১৪] আৰু দায়ূদে শণ সূতার এখন এফোদ পিন্ধি যিহোৱার আগত পারেমানে নাচিলে। [১৫] এই রূপে দায়ূদ আৰু ইস্রায়েলর সকলো বংশই জয়ধ্বনি আৰু শিঙ্গার বাদ্যে সৈতে যিহোৱার চন্দুক আনিলে। [১৬] পাছে যিহোৱার চন্দুক দায়ূদর নগরত সোমাওঁতে, চৌলর জীয়েক মীখলে খিলিকি দুৱারেদি চাই, যিহোৱার আগত দায়ূদ রজাক ডেও দি নাচ করা দেখি, মনতে তেওঁক হেয়জ্ঞান করিলে। [১৭] পাছে লোকবিলাকে যিহোৱার চন্দুক ভিতরলৈ আনি, দায়ূদে তার নিমিত্তে তরা তাম্বুর ভিতরত তার ঠাইত রাখিলে; আৰু দায়ূদে যিহোৱার সাক্ষাতে হোম-বলি আৰু মঙ্গলার্থক বলি উৎসর্গ করিলে। [১৮] পাছে হোম-বলি আৰু মঙ্গলার্থক বলি উৎসর্গ করি এঁটোৱার পাছে, দায়ূদে বাহিনীবিলাকর যিহোৱার নামেরে লোকবিলাকক আশীর্ব্বাদ করিলে। [১৯] আৰু সকলো লোকর মাজত অর্থাৎ ইস্রায়েলর গোটেই লোকসমূহর মাজত প্রতিজন পুরুষক আৰু প্রতিজনী তিরুতাক এটা এটা পিঠা, কিছু কিছু দ্রাক্ষারস, আৰু এলদা এলদা শুকান দ্রাক্ষাগুটি বিলাই দিলে। পাছে সকলো লোক আপোন আপোন ঘরলৈ গুচি গল। [২০] পাছে দায়ূদে আপোনার ঘরক আশীর্ব্বাদ করিবর নিমিত্তে উভটি আহিলত, চৌলর জীয়েক মীখলে দায়ূদক আগ বঢ়াবলৈ ওলাই গৈ কলে, আজি ইস্রায়েলর রজা কেনে গৌরবান্বিত হল! যেনেকৈ কোনো অসার চিত্তর লোক নিলাজরূপে বিবস্ত্র হয়, তেনেকৈ তেওঁ আজি আপোন দাসবিলাকর বেটীহঁতর আগত বিবস্ত্র হল। [২১] তেতিয়া দায়ূদে মীখলক কলে, যিহোৱার প্রজা ইস্রায়েল লোকর অধ্যক্ষ-পদত মোক নিযুক্ত করিবর নিমিত্তে যি জনাই তোমার পিতৃ আৰু তেওঁর সকলো বংশতকৈ মোক মনোনীত করিলে, সেই যিহোৱার সাক্ষাতেই তাক করিলোঁ। এই হেতুকে ময় সেই যিহোৱার সাক্ষাতেই আমোদ করিম, [২২] ইয়াতকৈয়ো আৰু লঘু হম, আৰু মোর আপোন দৃষ্টিত আৰু নীহ হম; কিন্তু তুমি যি বেটীহঁতর কথা কলা, সিহঁতর আগতেই আদর পোৱা হম। [২৩] পাছে চৌলর জীয়েক মীখলর মরণ কাললৈকে সন্তান নহল।

দায়ূদর আগত ঈশ্বরর প্রতিজ্ঞা, আৰু ঈশ্বরর আগত তেওঁর প্রার্থনা।

৭ পাছে, রজাই যেতিয়া আপোনার গৃহত বাস করিবলৈ ধরিলে, আৰু যিহোৱাই চারিওফালে থকা সকলো শত্রুর পরা রজাক বিশ্রাম দিলে, [২] তেতিয়া রজাই নাথন ভাববাদীক কলে, এতিয়া দেখা, ময় এরচ কাঠেরে সজা গৃহত বাস করিছোঁ; কিন্তু ঈশ্বরর চন্দুক আঁর-কাপরর ভিতরত থাকিছে। [৩] তাতে নাথনে রজাক কলে, ভাল, আপোনার মনত যি আছে, তাকে করোক; কিয়নো যিহোৱা আপোনার লগত আছে। [৪] পাছে নাথনর গুরিলৈ সেই রাতিয়েই যিহোৱার বাক্য আহিল, [৫] বোলে, তুমি গৈ মোর দাস দায়ূদক কোৱা, যিহোৱাই এই কথা কৈছে, তুমিয়েই জানো মোর বসতিগৃহ নির্ম্মাণ করিবা? [৬] কিয়নো ময় ইস্রায়েলর সন্তানবিলাকক মিচর দেশর পরা উলিয়াই অনা দিনরে পরা আজিলৈকে কোনো গৃহত বাস করা নাই, কেৱল মোর আবাস যি তাম্বু, তাত থাকি ভ্রমণ করিছোঁ। [৭] গোটেই ইস্রায়েলর সন্তানবিলাকর মাজত ময় অহা-যোৱা করা

কোনো এক ঠাইত, ময় যাক মোর প্রজা ইস্রায়েল লোকবিলাকক প্রতিপালন করিবলৈ তার দিছিলোঁ, ইস্রায়েলর এনে কোনো ফৈদক জানো কেতিয়াবা এই কথা কৈছিলোঁ, যে, তোমালোকে কিয় মোর নিমিত্তে এরচ কাঠর গৃহ নির্ম্মাণ করা নাই? ৮ এই হেতুকে এতিয়া তুমি মোর দাস দায়ূদক কোৱা, বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, মোর প্রজা ইস্রায়েলর ওপরত অধিপতি হবলৈ ময় তোমাক মেরর চরণী ঠাইর পরা আরু জাকর পাছে পাছে যোৱার পরা গ্রহণ করিলোঁ; ৯ আরু তুমি যি যি ঠাইলৈ গৈছিলা, সেই সকলোতে ময় তোমার সঙ্গী হৈ তোমার সম্মুখর পরা তোমার আটাই শত্রুবোরক উচ্ছন্ন করিলোঁ, আরু পৃথিবীত থকা মহৎ লোকর নামর দরে তোমারো নাম মহৎ করিম। ১০ আরু ময় আপোন প্রজা ইস্রায়েলর নিমিত্তে এটা ঠাই নিশ্চয় করি সিবিলাকক রোপণ করিম; তাতে সিবিলাকে আপোন আপোন ঠাইতে বাস করিব, সিবিলাকক লরোৱা নহব আরু। ১১ আগর কালর নিচিনাকৈ, যেতিয়ারে পরা ময় আপোন প্রজা ইস্রায়েল লোকবিলাকর ওপরত বিচারকর্ত্তাবিলাকক নিযুক্ত করিছিলোঁ, তেতিয়ারে পরা যেনে হৈছিল, সেই রূপে দুর্জ্জনর সন্তানবিলাকে সিবিলাকক আরু দুঃখ নিদিব; ময় সকলো শত্রুবোরর পরা তোমাক বিশ্রাম দিম। আরু যিহোৱাই কৈছে, তোমার নিমিত্তে যিহোৱাই এক বংশ উৎপন্ন করিব। ১২ তোমার আয়ুস সম্পূর্ণ হলে, যেতিয়া তুমি আপোন ওপর-পিতৃবিলাকর লগত নিদ্রিত হবা, তেতিয়া তোমার ঔরসত উৎপন্ন হোৱা তোমার পাছর বংশর এজন লোকক ময় স্থাপন করিম, আরু তেওঁর রাজ্য স্থির করিম। ১৩ মোর নামর নিমিত্তে তেওঁহে এটা গৃহ নির্ম্মাণ করিব, আরু ময় তেওঁর রাজসিংহাসন চিরস্থায়ী করিম। ১৪ ময় তেওঁর পিতৃ হম, আরু তেওঁ মোর পুত্র হব। তেওঁ অপরাধী হলে ময় মনুষ্যবিলাকর দণ্ডেরে আরু মনুষ্যসন্তানবিলাকর প্রহারর দ্বারায় তেওঁক শাস্তি দিম; ১৫ কিন্তু ময় যি জনক তোমার আগর পরা দূর করিলোঁ, সেই চৌলর পরা ময় যেনেকৈ মোর দয়া গুচালোঁ, তেনেকৈ তেওঁর পরা মোর দয়া নুগুচিব। ১৬ আরু তোমার বংশ ও রাজত্ব সদাকাললৈ তোমার আগত থিরে থাকিব; তোমার সিংহাসন চিরস্থায়ী হব। ১৭ এই সকলো বাক্য আরু এই গোটেই দর্শন অনুসারে নাথনে দায়ূদক কলে।

১৮ তেতিয়া দায়ূদ রজাই ভিতরলৈ গৈ যিহোৱার আগত বহি কলে, হে প্রভু যিহোৱা, ময় নো কোন, আরু মোর বংশই বা কি, যে, তুমি মোক ইমান ওখ থাপলৈ আনিছা? ১৯ তথাপি হে প্রভু যিহোৱা, তোমার দৃষ্টিত ইও সরু বিষয় আছিল; তুমি আপোন দাসর বংশর বিষয়েও সুদীর্ঘ কালর কথা কলা; হে প্রভু যিহোৱা, ইয়াক তুমি মানুহর বিধির দরে করিলা; ২০ ইয়ার পাছত দায়ূদে তোমাক আরু কি কব? কারণ হে প্রভু যিহোৱা, তুমি আপোন দাসক জানি আছা। ২১ কিয়নো, তুমি আপোন বাক্যর কারণে আরু আপোনার মনর মতে এই সমস্ত মহৎ কর্ম্ম সাধন করি, তোমার দাসক জনালা। ২২ এই হেতুকে হে ঈশ্বর যিহোৱা, তুমি মহান; কিয়নো, আমি আপোন কাণে যি যি শুনিলোঁ, সেই সকলোর দরে তোমার তুল্য কোনো নাই, আরু তোমাত বাজে আরু কোনো ঈশ্বর নাই। ২৩ আরু তোমার প্রজা ইস্রায়েল লোকর তুল্য, যাক ঈশ্বরে আপোনার নিমিত্তে মুক্ত করি নিজ প্রজা করিবলৈ, আরু আপোনার নাম কীর্ত্তিমন্ত করিবলৈ, আরু মিচরর পরা অর্থাৎ পরজাতিবিলাকর আরু সিহঁতর দেৱতাবোরর মাজর পরা তুমি মুক্ত করা তোমার প্রজার আগত আমার পক্ষে মহৎ কর্ম্ম, আরু তোমার দেশর পক্ষে নানা ভয়ঙ্কর কর্ম্ম সিদ্ধ করিবলৈ তুমি আগমন করিলা, পৃথিবীর মাজত এনে আন কোন জাতি আছে? ২৪ আরু সদাকাল তোমার প্রজা হবর অর্থে তোমার নিমিত্তে তোমার প্রজা ইস্রায়েল লোকক তুমি স্থাপন করিলা; আরু হে যিহোৱা, তুমি সিবিলাকর ঈশ্বর হলা। ২৫ এই হেতুকে এতিয়া হে ঈশ্বর যিহোৱা, তুমি আপোন দাসর আরু তার বংশর বিষয়ে যি বাক্য কলা, তাক সদাকাললৈ থির করা; আরু যেনেকৈ কলা, তেনেকৈয়ে করা। ২৬ বাহিনীবিলাকর যিহোৱা ইস্রায়েলর ওপরত

থাকোঁতা ঈশ্বর, আৰু তোমাৰ দাস দায়ূদৰ বংশ তোমাৰ সাক্ষাতে থিৰে থাকিব, এই বুলি লোকে কোৱাত, তোমাৰ নাম সদাকাল মহিমান্বিত হওক। [২৭] কিয়নো, হে ইস্রায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱা, ময় তোমাৰ নিমিত্তে এক বংশ স্থাপন কৰিম বুলি তুমিয়েই তোমাৰ দাসৰ আগত প্ৰকাশ কৰিলা; এই কাৰণে তোমাৰ আগত এই প্ৰাৰ্থনা কৰিববলৈ তোমাৰ দাসৰ মনত সাহ জন্মিল। [২৮] আৰু এতিয়া হে প্ৰভু যিহোৱা, তুমিয়েই ঈশ্বৰ, তোমাৰ বাক্য সত্য, আৰু তুমিয়েই আপোন দাসলৈ এই মঙ্গল-প্ৰতিজ্ঞা কৰিলা। [২৯] এই হেতুকে তোমাৰ দাসৰ বংশ যেন তোমাৰ আগত সদাকাল থাকে, এই নিমিত্তে অনুগ্ৰহ কৰি তাক আশীৰ্ব্বাদ কৰা; কিয়নো হে প্ৰভু যিহোৱা, তুমি নিজে প্ৰতিজ্ঞা কৰিলা, আৰু তোমাৰ আশীৰ্ব্বাদৰ গুণে তোমাৰ এই দাসৰ বংশ সদাকাল আশীৰ্ব্বাদপ্ৰাপ্ত হওক।

দায়ূদে নানা জাতিক জয় কৰা। তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ তালিকা।

৮ পাছে দায়ূদে পলেষ্টীয়াবিলাকক আঘাত কৰি বশীভূত কৰিলে, আৰু সিহঁতৰ হাতৰ পৰা প্ৰধান নগৰৰ অধিকাৰ ললে। [২] আৰু তেওঁ মোৱাবীয়াবিলাকক আঘাত কৰি সিহঁতক মাটিত শুৱাই লেজুৰে জুখিলে, অৰ্থাৎ বধ কৰিবৰ অৰ্থে দুই লেজু, আৰু জীয়াই ৰাখিবৰ অৰ্থে সম্পূৰ্ণ এক লেজু জুখিলে; পাছে মোৱাবীয়াবিলাকে দায়ূদৰ তলতীয়া হৈ উপহাৰ আনিববলৈ ধৰিলে। [৩] আৰু চোবাৰ ৰজা ৰহোবৰ পুত্ৰ হদদেজৰে নদীৰ ওচৰত আপোনাৰ অধিকাৰ পুনৰায় স্থাপন কৰিববলৈ যাওঁতে, দায়ূদে তেওঁক আঘাত কৰি, [৪] তেওঁৰ এক হাজাৰ সাত শ অশ্বাৰোহী আৰু বিশ হাজাৰ পদাতিক সৈন্য হাত কৰি ললে; আৰু তেওঁৰ ৰথৰ আটাই ঘোঁৰাবোৰৰ পাছ-ঠেঙৰ শিৰ কাটিলে, কিন্তু তাৰ মাজত এশ ৰথৰ নিমিত্তে ঘোঁৰা ৰাখিলে। [৫] পাছে দম্মেচকৰ অৰামীয়াবিলাকে চোবাৰ হদদেজৰ ৰজাক সহায় কৰিববলৈ আহিলত, দায়ূদে সেই অৰামীয়াবিলাকৰ মাজৰ বাইশ হাজাৰ লোকক বধ কৰিলে। [৬] তাৰ পাছে দায়ূদে দম্মেচকৰ অৰাম দেশত সৈন্যদল স্থাপন কৰিলে; তাতে অৰামীয়াবিলাকে দায়ূদৰ তলতীয়া হৈ উপহাৰ আনিলে। এই ৰূপে দায়ূদ যি যি ঠাইলৈ যায়, সেই সকলোতে যিহোৱাই তেওঁক জয়ী হববলৈ দিয়ে। [৭] আৰু দায়ূদে হদদেজৰৰ দাস কেইজনৰ গাত থকা সোণৰ ঢালবোৰ সোলোকাই যিৰূচালেমলৈ লৈ গল। [৮] আৰু দায়ূদ ৰজাই হদদেজৰৰ বেটহ আৰু বেৰোথয় নগৰৰ পৰা অতিশয় অধিক পিত্তল আনিলে। [৯] পাছে হদদেজৰৰ সকলো সৈন্যসামন্তক আঘাত কৰা কথা হমাতৰ ৰজা তোৱীয়ে শুনি, [১০] দায়ূদ ৰজাৰ মঙ্গল সুধিববলৈ, আৰু যুদ্ধত হদদেজৰক আঘাত কৰা বাবে তেওঁক ধন্যবাদ দিববলৈ আপোনাৰ পুত্ৰ যোৰামক তেওঁৰ ওচৰলৈ পঠালে; কিয়নো হদদেজৰৰ লগত তোৱীৰো যুদ্ধ আছিল। পাছে যোৰামে ৰূপৰ, সোণৰ, আৰু পিত্তলৰ পাত্ৰ হাতত লৈ আহিল; [১১] দায়ূদ ৰজাই অৰাম, মোৱাব, অম্মোনৰ সন্তানবিলাক, পলেষ্টীয়া লোক, আৰু অমালেক আদি যিবিলাক জাতিক বশীভূত কৰিছিল, [১২] সিহঁতৰ পৰা লাভ পোৱা আৰু চোবাৰ ৰজা ৰহোবৰ পুত্ৰ হদদেজৰৰ পৰা লুট কৰি অনা যিবোৰ ৰূপ আৰু সোণ তেওঁ উৎসৰ্গ কৰিলে, তাৰ লগতে এইবোৰকো যিহোৱাৰ আগত উৎসৰ্গ কৰিলে। [১৩] আৰু দায়ূদে লৱণ উপত্যকাত অৰামীয়াহঁতৰ মাজৰ ওঠৰ হাজাৰ লোকক বধ কৰি উভটি অহা সময়ত অতিশয় নাম জলা হল। [১৪] পাছে দায়ূদে ইদোমত নানা সৈন্যদল স্থাপন কৰিলে; ইদোমৰ সকলো ফালে সৈন্যদল স্থাপন কৰিলত, সকলো ইদোমীয়া লোক দায়ূদৰ তলতীয়া হল। আৰু দায়ূদ যি যি ঠাইলৈ যায়, সেই সকলোতে যিহোৱাই তেওঁক জয়ী হববলৈ দিয়ে।

[১৫] এই ৰূপে গোটেই ইস্রায়েলৰ ওপৰত ৰাজত্ব কৰি দায়ূদে আপোনাৰ সকলো প্ৰজাৰ নিমিত্তে বিচাৰ আৰু ন্যায় সাধন কৰিলে। [১৬] চৰুয়াৰ পুত্ৰ যোৱাব প্ৰধান সেনাপতি আছিল; অহীলূদৰ পুত্ৰ যিহোচাফট ইতিহাসলিখক আছিল; [১৭] অহীটূবৰ পুত্ৰ চাদোক, আৰু অবিয়াথৰৰ পুত্ৰ অহীমেলক পুৰোহিত আছিল; চৰায়া ৰাজলিখক আছিল; [১৮] যিহোয়াদাৰ পুত্ৰ বনায়া কৰেথীয়া আৰু পলেথীয়াবিলাকৰ অধ্যক্ষ

আছিল; আৰু দায়ূদৰ পুত্ৰবিলাক মন্ত্ৰী আছিল।

মফীবোচতলৈ দায়ূদৰ দয়া জন্মা।

**৯** পাছে দায়ূদে সুধিলে, মই যোনাথনৰ কাৰণে যালৈ দয়া ব্যৱহাৰ কৰিব পাৰিম, চৌলৰ বংশৰ এনে কোনো এতিয়াও অৱশিষ্ট আছে নে? [২] তাতে চীবা নামেৰে চৌলৰ যি এজন দাস আছিল, তাক দায়ূদৰ ওচৰলৈ মতালত, ৰজাই তাক সুধিলে, তুমি চীবা হোৱা নে? সি কলে, আপোনাৰ বন্দী সেয়ে হওঁ। [৩] পাছে ৰজাই সুধিলে, মই ঈশ্বৰলৈ চাই যাক দয়া কৰিব পাৰোঁ, চৌলৰ বংশৰ এনে কোনো অৱশিষ্ট নাই নে? তাতে চীবাই ৰজাক কলে, যোনাথনৰ দুয়োখন ভৰি খোৰা হোৱা এটী পুত্ৰ এতিয়াও অৱশিষ্ট আছে। [৪] ৰজাই তাক সুধিলে, সি ক'ত আছে? চীবাই ৰজাক কলে, দেখোক, তেওঁ লো-দবাৰত অম্মীয়েলৰ পুতেক মাখীৰৰ ঘৰত আছে। [৫] তেতিয়া দায়ূদ ৰজাই লো-দবাৰলৈ মানুহ পঠাই অম্মীয়েলৰ পুতেক মাখীৰৰ ঘৰৰ পৰা তেওঁক অনালে। [৬] পাছে চৌলৰ নাতিয়েক যোনাথনৰ পুত্ৰ সেই মফীবোচতে দায়ূদৰ ওচৰলৈ আহি, মাটিলৈ মুখ কৰি পড়ি তেওঁক প্ৰণিপাত কৰিলে। তাতে দায়ূদে কলে, হে মফীবোচৎ; তেওঁ উত্তৰ কৰিলে, দেখোক, আপোনাৰ দাস আছোঁ। [৭] তেতিয়া দায়ূদে তেওঁক কলে, ভয় নকৰিবা; কিয়নো মই তোমাৰ পিতৃ যোনাথনৰ কাৰণে অৱশ্যে তোমালৈ দয়া কৰিম, আৰু তোমাৰ পিতামহ চৌলৰ সকলো মাটি তোমাক ওলোটাই দিম; আৰু তুমি সদায় মোৰ মেজতে ভোজন কৰিবা। [৮] তাতে তেওঁ প্ৰণিপাত কৰি কলে, আপোনাৰ দাস মই নো কোন, যে মৰা কুকুৰৰ সদৃশ যি মই, মোলৈ আপুনি সুদৃষ্টি কৰিছে? [৯] পাছে ৰজাই চৌলৰ দাস সেই চীবাক মতাই কলে, মই তোমাৰ প্ৰভুৰ পুত্ৰক চৌলৰ আৰু তেওঁৰ সকলো বংশৰ সৰ্ব্বস্বকে দিলোঁ। [১০] এই হেতুকে তুমি আৰু তোমাৰ পোৱাঁইতে আৰু তোমাৰ বন্দীবোৰেও তেওঁৰ সেই মাটিত খেতি কৰিবা; আৰু তোমাৰ প্ৰভুৰ পুত্ৰৰ আহাৰৰ নিমিত্তে তাত উৎপন্ন হোৱা শস্য আনি দিবা; কিন্তু তোমাৰ প্ৰভুৰ পুত্ৰ মফীবোচতে সদায় মোৰ মেজত ভোজন কৰিব। সেই চীবাৰ পোন্ধৰটা পুতেক আৰু বিশটা বন্দী আছিল। [১১] পাছে চীবাই ৰজাক কলে, মোৰ প্ৰভু মহাৰাজে আপোনাৰ এই দাসক যি আজ্ঞা দিছে, সেই দৰে আপোনাৰ এই দাসে সকলোকেই কৰিব। তাতে মফীবোচতে ৰাজকোঁৱৰৰ এজনৰ দৰে ৰজাৰ মেজত ভোজন কৰিবলৈ ধৰিলে। [১২] সেই মফীবোচতৰ মীখা নামেৰে এটী সৰু পুতেক আছিল। চীবাৰ ঘৰত থকা আটাই লোক মফীবোচতৰ বন্দী হল। [১৩] কিন্তু মফীবোচতে যিৰূচালেমত নিবাস কৰিলে; কিয়নো তেওঁ নিত্যে নিত্যে ৰজাৰ মেজত ভোজন কৰে; আৰু তেওঁৰ দুয়োখন ভৰি খোৰা আছিল।

অৰামীয়া আৰু অম্মোনীয়াইঁতে সৈতে দায়ূদে যুদ্ধ কৰা।

**১০** পাছে অম্মোনৰ সন্তানবিলাকৰ ৰজা মৰিলত, তেওঁৰ পুতেক হানূন তেওঁৰ পদত ৰজা হল। [২] তাতে দায়ূদে কলে, হানূনৰ পিতৃ নাহচে মোক যি ৰূপে অনুগ্ৰহ কৰিছিল, সেই ৰূপে ময়ো হানূনক অনুগ্ৰহ কৰিম, এই বুলি দায়ূদে তেওঁৰ পিতৃৰ নিমিত্তে সান্ত্বনা কৰিবলৈ আপোনাৰ কেতবিলাক দাস পঠালে। তাতে, দায়ূদৰ দাসবিলাকে অম্মোনৰ সন্তানবিলাকৰ দেশ পালত, [৩] অম্মোনৰ সন্তানবিলাকৰ অধ্যক্ষবিলাকে আপোন প্ৰভু হানূনক কলে, দায়ূদে আপোনাৰ পিতৃক আদৰ কৰে দেখি, আপোনাক সান্ত্বনা কৰিবলৈ আপোনাৰ ওচৰলৈ লোক পঠাইছে বুলি আপুনি ভাবিছে নে? দায়ূদে জানো নগৰ চাবলৈ, তাৰ বুজ-বিচাৰ লবলৈ, আৰু তাক নষ্ট কৰিবলৈ দাসবিলাকক পঠোৱা নাই? [৪] তাতে হানূনে দায়ূদৰ দাসবিলাকক ধৰি সিবিলাকৰ একাল একাল ডাড়ি খুৰালে, আৰু সিবিলাকৰ পিন্ধা কাপৰৰ আধা টিকাৰ ওৰিত কাটি সিবিলাকক বিদায় দিলে। [৫] পাছে সিবিলাকে দায়ূদৰ আগলৈ কৈ পঠালত, ৰজাই সিবিলাকে সৈতে সাক্ষাৎ কৰিবলৈ মানুহ পঠালে; কিয়নো সিবিলাকে অতিশয় লাজ পাইছিল। আৰু ৰজাই সিবিলাকক

আজ্ঞা দিলে; বোলে, তোমালোকর ডাড়ি নহয়মানে তোমালোক যিরীহোত থাকা; পাছে উলটি আহিবা। [৬]পাছে অম্মোনর সন্তানবিলাকে দায়ূদর আগত ঘিণলগীয়া হলোঁ বুলি জানি, মানুহ পঠাই বৈৎ-রহোবর আরু চোবার বিশ হাজার অরামীয়া পদাতিক সৈন্যক, আরু মাখার রজাক ও তেওঁর এক হাজার লোকক, আরু টোবর বার হাজার লোকক বেচ দি অনালে। [৭]পাছে দায়ূদে সেই সম্বাদ পাই যোৱাবক আরু পরাক্রমী গোটেই সৈন্যসামন্তক তালৈ পঠাই দিলে। [৮]তাতে অম্মোনর সন্তানবিলাকে বাহিরলৈ আহি নগরর দুৱার-মুখত যুদ্ধ করিবর অর্থে সৈন্যর বেহু পাতিলে, আরু চোবার ও রহোবর অরামীয়া লোকবিলাক আরু টোবর ও মাখার লোকবিলাক পৃথকে পৃথকে পথারত থাকিল। [৯]এই রূপে আগ-কালে পাছফালে, দুয়োফালে যুদ্ধ হব দেখি, যোৱাবে ইস্রায়েলর আটাই মনোনীত লোকর মাজত মানুহ বাচি লৈ অরামীয়াবিলাকর বিরুদ্ধে বেহু পাতিলে; [১০]আরু অবশিষ্ট লোকবিলাকক আপোন ভায়েক অবীচয়র হাতত সোধাই দিলে, তাতে তেওঁ অম্মোনর সন্তানবিলাকর বিরুদ্ধে বেহু পাতিলে। [১১]আরু যোৱাবে কলে, যদি অরামীয়াবোর মোতকৈ বলবান হয়, তেন্তে তুমি আহি মোক সহায় করিবাহি; আরু যদি তোমাতকৈ অম্মোনর সন্তানবিলাক বলবান হয়, তেন্তে ময় গৈ তোমাক সহায় করিমগৈ। [১২]তুমি সাহীয়াল হোৱা; আমি স্বজাতীয় লোকবিলাকর আরু আমার ঈশ্বরর নগরবোরর নিমিত্তে পুরুষালি দেখুৱাওঁহঁক; আরু যিহোৱাই আপোন দৃষ্টিত যিহকে ভাল দেখে, তাকেই করোক। [১৩]পাছে যোৱাব আরু তেওঁর লগর লোকবিলাকে অরামীয়াবিলাকে সৈতে যুদ্ধ করিবলৈ ওচর চাপিলত, সিহঁত তেওঁর আগর পরা পলাল। [১৪]আরু অরামীয়াবিলাক পলোৱা দেখি, অম্মোনর সন্তানবিলাকেও অবীচয়র আগর পরা পলাই নগরত সোমালগৈ। তেতিয়া যোৱাব অম্মোনর সন্তানবিলাকর ওচরর পরা যিরূচালেমলৈ উভটি আহিল। [১৫]পাছে, অরামীয়াবিলাকে ইস্রায়েলর সম্মুখত আপোনাবিলাকক ঘটা দেখি গোট খালে। [১৬]আরু হদদেজরে মানুহ পঠাই নদীর সিপারে থকা অরামীয়াবিলাকক বাহির করি আনিলত, সিহঁত হেলমলৈ আহিল; হদদেজরর সেনাপতি চোবক সিহঁতর অগ্রগামী হৈ আহিল। [১৭]পাছে দায়ূদর আগত এই বার্ত্তা দিয়া হলত, তেওঁ গোটেই ইস্রায়েলক গোটাই লৈ যর্দ্দন পার হৈ হেলমলৈ গল। তাতে অরামীয়া লোকবিলাকে দায়ূদর বিরুদ্ধে বেহু পাতি তেওঁর লগত যুদ্ধ করিলে। [১৮]কিন্তু অরামীয়াবিলাক ইস্রায়েলর সম্মুখর পরা পলাল; আরু দায়ূদে অরামীয়াহঁতর সাত শ রথীসৈন্য আরু চল্লিশ হাজার অশ্বারোহী বধ করিলে, আরু সিহঁতর সেনাপতি চোবককো এনেকৈ প্রহার করিলে, যে, তেওঁ তাতে মরিল। [১৯]পাছে ইস্রায়েলর সম্মুখত আপোনাবিলাকক ঘটা দেখি, হদদেজরর অধীনে থকা সকলো রজাই সন্ধি পাতি সিবিলাকর অধীন হল। তেতিয়ারে পরা অরামীয়া লোকে অম্মোনর সন্তানবিলাকক সহায় করিবলৈ ভয় করিলে।

দায়ূদর মহা-পাপর বিবরণ।

**১১** পাছে বছর ঘুরিলত, যি কালত রজাবিলাক যুদ্ধলৈ যায়, এনে কালত দায়ূদে যোৱাবক আরু তেওঁর লগত তেওঁর দাসবিলাকক আরু গোটেই ইস্রায়েলক পঠালে; সিবিলাকে গৈ অম্মোনর সন্তানবিলাকর দেশ নষ্ট করি রব্বা নগর অবরোধ করিলে; কিন্তু দায়ূদ যিরূচালেমত থাকিল।

[২]পাছে এদিন সন্ধ্যা কালত, দায়ূদে শয্যার পরা উঠি রাজগৃহর চালত ফুরোঁতে, চালর ওপরর পরা চাই এজনী তিরুতাক গা ধোৱা দেখিলে; তিরুতা জনী দেখিবলৈ অতি সুন্দরী আছিল। [৩]তাতে দায়ূদে মানুহ পঠাই সেই তিরুতার কথা সুধিলত, কোনো এটাই কলে, তেওঁ ইলীয়ামর জীয়েক হিত্তীয়া উরিয়ার ভার্য্যা বৎ-চেবা জানো নহয়? [৪]তেতিয়া দায়ূদে দূত পঠাই তাইক অনালে; আরু তাই দায়ূদর ওচরলৈ আহিলত, দায়ূদে তাইর লগত শয়ন করিলে, (কিয়নো সেই তিরুতাই আপোনার অশৌচর পরা শুচি হৈছিল;) আরু তাই আপোনার ঘরলৈ উভটি গল। [৫]পাছে সেই

তিকুতা গৰ্ভৱতী হোৱাত, মানুহ পঠাই দায়ূদক বাৰ্ত্তা দি কলে, মোৰ গৰ্ভ হল। [৬] তেতিয়া দায়ূদে যোৱাবৰ ওচৰলৈ কৈ পঠালে, বোলে, হিত্তীয়া উৰিয়াক মোৰ ওচৰলৈ পঠাই দিয়া; তাতে যোৱাবে উৰিয়াক দায়ূদৰ ওচৰলৈ পঠাই দিলে। [৭] পাছে উৰিয়া তেওঁৰ ওচৰলৈ আহিলত, দায়ূদে তেওঁক যোৱাবৰ মঙ্গল, লোকবিলাকৰ মঙ্গল, আৰু যুদ্ধৰ বাৰ্ত্তা সুধিলে। [৮] পাছে দায়ূদে উৰিয়াক কলে, তুমি আপোন ঘৰলৈ নামি গৈ আপোনাৰ ভৰি ধোৱা; তাতে উৰিয়া ৰজাৰ ঘৰৰ পৰা ওলাই গল, আৰু ৰজাৰ ওচৰৰ পৰা তেওঁৰ পাছত ভেটি গল। [৯] কিন্তু উৰিয়াই আপোন প্ৰভুৰ দাসবিলাকে সৈতে ৰাজগৃহৰ দুৱাৰ-মুখত শুই থাকিল, আপোন ঘৰলৈ নগল। [১০] পাছে উৰিয়া আপোন ঘৰলৈ নোযোৱা কথা দায়ূদৰ আগত মানুহবোৰে জনালত, দায়ূদে উৰিয়াক কলে, তুমি যাত্ৰাৰ পৰা অহা নাই নে? তেন্তে আপোন ঘৰলৈ কিয় নগলা? [১১] তাতে উৰিয়াই দায়ূদক কলে, চন্দুকটো, ইস্ৰায়েল, আৰু যিহুদা পজাত বাস কৰি আছে; আৰু মোৰ প্ৰভু যোৱাব, আৰু মোৰ প্ৰভুৰ দাসবিলাক ছাউনি পাতি মুকলিত আছে; তেন্তে ময় জানো ভোজন-পান কৰিবলৈ আৰু তিকুতাৰ লগত শয়ন কৰিবলৈ আপোন ঘৰলৈ যাব পাৰোঁ? আপোনাৰ জীৱনৰ আৰু আপোনাৰ জীয়া প্ৰাণৰ শপথ, ময় এনে কৰ্ম্ম নকৰিম। [১২] তেতিয়া দায়ূদে উৰিয়াক কলে, তুমি আজিও ইয়াতে থাকা, কাইলৈ ময় তোমাক বিদায় কৰিম। তাতে উৰিয়া সেই দিনা আৰু তাৰ পাছদিনাও যিৰূচালেমত থাকিল। [১৩] আৰু দায়ূদে তেওঁক নিমন্ত্ৰণ কৰি আপোনাৰ সাক্ষাতে ভোজন-পান কৰাই তেওঁক মতোৱাল কৰিলে; তথাপি তেওঁ সন্ধ্যা কালত আপোন প্ৰভুৰ দাসবিলাকৰ লগত আপোন শয্যাত শুবলৈ বাহিৰলৈ গল, আপোন ঘৰলৈ নামি নগল। [১৪] পাছে ৰাতিপুৱা দায়ূদে এখন পত্ৰ লিখি উৰিয়াৰ হাতত যোৱাবৰ গুৰিলৈ পঠালে। [১৫] পত্ৰখনত তেওঁ ইয়াকে লিখিছিল, বোলে, তোমালোকে এই উৰিয়াক টান যুদ্ধৰ সন্মুখত ৰাখিবা, আৰু ই আঘাত পাই মৰিবৰ নিমিত্তে তোমালোক ইয়াৰ পাছৰ পৰা হঁহকি যাবা। [১৬] পাছে, যোৱাবে নগৰ অৱৰোধ কৰা কালত, যি কোনো ঠাইত সাহীয়াল লোক আছে বুলি জানিছিল, সেই ঠাইতে উৰিয়াক থলে। [১৭] পাছে নগৰত থকা লোকবিলাকে বাহিৰ ওলাই যোৱাবৰ লগত যুদ্ধ কৰিলত, লোকবিলাকৰ মাজৰ, অৰ্থাৎ দায়ূদৰ দাসবিলাকৰ মাজৰ কেইবা জনো পতিত হল, বিশেষকৈ সেই হিত্তীয়া উৰিয়াও মৰা পৰিল। [১৮] পাছে যোৱাবে দূত পঠাই সেই যুদ্ধৰ সকলো বিবৰণ দায়ূদক জনালে; [১৯] তেওঁ দূতক আজ্ঞা দি কৈছিল, বোলে, তুমি ৰজাৰ আগত ৰণৰ আটাই বাৰ্ত্তা কৈ এঁটোৱাৰ পাছে, [২০] যদি ৰজাই খং উঠি তোমাক কয়, তোমালোকে যুদ্ধ কৰোঁতে নগৰৰ গড়ৰ ইমান ওচৰ চাপি কিয় গৈছিলা? সিহঁতে গড়ৰ ওপৰৰ পৰা কাঁৰ মাৰিব বুলি তোমালোকে নেজানিছিলা নে? [২১] যিৰুব্বেচতৰ পুত্ৰ অবীমেলকক কোনে মাৰিছিল? এজনী তিকুতাই গড়ৰ ওপৰৰ পৰা জাঁত শিলৰ ওপৰৰ চলা তেওঁৰ ওপৰত পেলোৱাত, তেওঁ তেবেচত নমৰিল নে? তোমালোকে গড়ৰ ইমান ওচৰলৈ কিয় গৈছিলা? তেতিয়া তুমি কবা, আপোনাৰ দাস হিত্তীয়া উৰিয়াও মৰিল। [২২] পাছে সেই দূতে গৈ দায়ূদৰ গুৰিত উপস্থিত হৈ, যোৱাবে কৈ পঠোৱা সকলো কথা দায়ূদৰ আগত জনালে। [২৩] সেই দূতে দায়ূদক কলে, সেই লোকবিলাক আমাৰ বিৰুদ্ধে প্ৰবল হৈ পথাৰলৈ আমাৰ ওচৰলৈকে ওলাই আহিছিল। তেতিয়া আমি দুৱাৰ-মুখলৈকে সিহঁতৰ পাছে পাছে খেদি যোৱাত, [২৪] কাঁৰিয়তীবোৰে গড়ৰ ওপৰৰ পৰা আপোনাৰ দাসবিলাকলৈ কাঁৰ মাৰিলে; তাতে মহাৰজাৰ কেতবিলাক দাস মৰিল, আৰু আপোনাৰ দাস হিত্তীয়া উৰিয়াও মৰিল। [২৫] তেতিয়া দায়ূদে সেই দূতক কলে, তুমি গৈ যোৱাবক এই ৰূপে কবা, ইয়াত তুমি অসন্তোষ নকৰিবা, কিয়নো তৰোৱালে যেনেকৈ এজনক, তেনেকৈ আন এজনকো গ্ৰাস কৰে; তুমি নগৰৰ বিৰুদ্ধে আৰু ঘোৰ যুদ্ধ কৰি তাক উচ্ছন্ন কৰা। এই ৰূপে তেওঁক আশ্বাস দিবা। [২৬] পাছে উৰিয়াৰ তিকুতাই আপোন গিৰিয়েক উৰিয়াৰ মৃত্যু-সম্বাদ পাই গিৰিয়েকৰ নিমিত্তে বিলাপ কৰিলে। [২৭] পাছে শোকৰ

দিন শেষ হলত, দায়ূদে মানুহ পঠাই তাইক আপোনার ঘরলৈ অনালে; তাতে তাই তেওঁর তিরুতা হৈ, তেওঁলৈ এটী পুত্র প্রসব করিলে; কিন্তু দায়ূদে করা সেই কর্ম্মত যিহোৱাই অসন্তোষ পালে।

**১২** পাছে যিহোৱাই দায়ূদর ওচরলৈ নাথনক পঠালে। তেওঁ দায়ূদর ওচরলৈ আহি তেওঁক কলে, এখন নগরত দুজন মানুহ আছিল, এজন ধনৱান আরু এজন দরিদ্র। [২] সেই ধনৱান জনর গরু মের আদির বহুৎ জাক আছিল; [৩] কিন্তু সেই দরিদ্র জনর এজনী সরু চেঁউরী মের পোৱালির বাহিরে আরু একোৱেই নাছিল; সি তাইক কিনি লৈ পুহিছিল; সেই মের পোৱালিটী তার আরু তার লরা-ছোৱালীর লগত থাকি ডাঙর হৈছিল; তাই তার খোৱা বস্তুকে খায়, তার পাত্রতে পান করে; তার বুকতে শোৱে, আরু তাই তার এজনী জীয়েকর নিচিনা আছিল। [৪] পাছে সেই ধনৱান জনর ঘরলৈ এজন পথিক আহিলত, সি আপোনার ঘরলৈ অহা সেই পথিকর নিমিত্তে রান্ধিবলৈ, আপোনার গরু মের আদির জাকর পরা একো আনিবলৈ মন নকরি, দরিদ্র জনর মের পোৱালিটীকে লৈ আপোনার ওচরলৈ অহা মানুহটোর নিমিত্তে রান্ধিলে। [৫] তাতে দায়ূদে সেই মানুহলৈ অতিশয় ক্রুদ্ধ হৈ নাথনক কলে, যিহোৱার জীৱনর শপথ, যি মানুহে সেই কাম করিলে, সি মৃত্যুর যোগ্য; [৬] আরু সি একো দয়া নকরি এনে কাম করাতে, সি সেই মের পোৱালির চারি গুণ ওভোটাই দিব।

[৭] তেতিয়া নাথনে দায়ূদক কলে, তুমিয়েই সেই মানুহ। ইস্রায়েলর ঈশ্বর যিহোৱাই এই কথা কৈছে, ময়েই তোমাক ইস্রায়েলর ওপরত রজা অভিষেক করিলোঁ, আরু চৌলর হাতর পরা তোমাক উদ্ধার করিলোঁ; [৮] আরু তোমার প্রভুর গৃহ তোমাক দিলোঁ, প্রভুর পত্নীবিলাকো তোমার বুকত দিলোঁ, আরু ইস্রায়েল ও যিহুদার বংশ তোমাক দিলোঁ; আরু সেয়ে অলপ হোৱা হলে, ময় তোমাক আমুক তামুক বস্তু আরু দিলোঁহেঁতেন। [৯] তুমি কিয় যিহোৱার বাক্য তুচ্ছ করি তেওঁর সাক্ষাতে কু-আচরণ করিলা? তুমি হিত্তীয়া উরিয়াক তরোৱালর দ্বারায় মারি পেলালা, তার তিরুতাকো আনি আপোনার তিরুতা করিলা, আরু অম্মোনর সন্তানবিলাকর তরোৱালর দ্বারায় উরিয়াক বধ করিলা। [১০] এতেকে তরোৱালে কেতিয়াও তোমার বংশক এরি নেযাব; কিয়নো তুমি মোক হেয়জ্ঞান করি হিত্তীয়া উরিয়ার তিরুতাক আনি আপোনার তিরুতা করিলা। [১১] যিহোৱাই এই কথা কৈছে, দেখা, ময় তোমার নিজ বংশর পরা তোমার বিরুদ্ধে অমঙ্গল উৎপন্ন করিম, আরু তোমার আগতে তোমার তিরুতাবোর লৈ তোমার চুবুরীয়াক দিম; তাতে সি সৌ সূর্য্যর সাক্ষাতে তোমার তিরুতাবোরর লগত শয়ন করিব। [১২] কিয়নো তুমি গুপুতে এই কর্ম্ম করিলা, কিন্তু ময় হলে সকলো ইস্রায়েলর আরু সূর্য্যর সাক্ষাতে এই কর্ম্ম করাম। [১৩] তেতিয়া দায়ূদে নাথনক কলে, ময় যিহোৱার বিরুদ্ধে পাপ করিলোঁ। তাতে নাথনে দায়ূদক কলে, যিহোৱায়ো তোমার পাপ দূর করিলে; তুমি নমরিবা। [১৪] কিন্তু তুমি এই কর্ম্মর দ্বারায়, যিহোৱার শত্রুবোরে নিন্দা করিবলৈ সিহঁতক অতি ছল দিলা; এই হেতুকে তোমার ঔরসত জন্মা লরাটী নিশ্চয়ে মরিব। [১৫] পাছে নাথন আপোনার ঘরলৈ গুচি গল।

পাছে যিহোৱাই উরিয়ার ভার্য্যাত জন্মা দায়ূদর পুত্রটীক আঘাত করিলত, সি অতিশয় নরীয়া পড়িল। [১৬] এই হেতুকে দায়ূদে লরার নিমিত্তে যিহোৱার আগত প্রার্থনা করিলে, লঘোন দিলে, আরু ভিতরত সোমাই ওরে-রাতি মাটিত পড়ি থাকিল। [১৭] তেতিয়া তেওঁর ঘরর বৃদ্ধ লোকবিলাকে উঠি তেওঁক মাটির পরা তুলিবলৈ তেওঁর ওচরলৈ গৈ থিয় হল; কিন্তু তেওঁ উঠিবলৈ সম্মত নহল, আরু সিবিলাকে সৈতে ভোজনো নকরিলে। [১৮] পাছে সপ্তম দিনা লরাটী মরিল। তাতে লরাটী মরা কথা দায়ূদর আগত কবলৈ তেওঁর দাসবিলাকে ভয় করিলে; কিয়নো সিহঁতে কলে, দেখা, লরাটী জীয়াই থাকোঁতে আমি তেওঁক অনেক কথা কলতো, তেওঁ আমার কথালৈ কাণ নিদিলে; এতিয়া লরাটী মরিল বুলি কেনেকৈ তেওঁক কম? কলে, তেওঁ নিজকে নিজে কিবা অপকার করিব। [১৯] কিন্তু দাসবিলাকে ইটে

সিটে কথাকথি কৰা দেখি, লৰা মৰিল বুলি দায়ুদে বুজি আপোনাৰ দাসবিলাকক সুধিলে, লৰাটী মৰিল নে কি? তাতে সিহঁতে কলে, হয়, মৰিল। [২০] তেতিয়া দায়ুদে মাটিৰ পৰা উঠি গা ধুলে, আৰু গাত তেল ঘঁহিলে, আৰু কাপৰ সলাই যিহোৱাৰ গৃহত সোমাই তেওঁক প্রণিপাত কৰিলে; পাছে আপোনাৰ গৃহলৈ গল, আৰু তেওঁৰ আজ্ঞামতে সিহঁতে তেওঁৰ আগত আহাৰ দিলত, তেওঁ ভোজন কৰিলে। [২১] ইয়াতে তেওঁৰ দাসবিলাকে তেওঁক কলে, এইটো নো আপোনাৰ কেনে ব্যৱহাৰ, যে লৰাটী জীয়াই থাকোঁতে আপুনি তাৰ নিমিত্তে লঘোন দি ক্রন্দন কৰিছিল, কিন্তু এতিয়া লৰাটী মৰিলতেই উঠি ভোজন কৰিলে? [২২] তাতে তেওঁ কলে, লৰাটী জীয়াই থাকোঁতে ময় লঘোন দি ক্রন্দন কৰিছিলোঁ, কাৰণ ময় ভাবিছিলোঁ, লৰাটী জীয়াই থাকিবৰ নিমিত্তে কিজানি যিহোৱাই মোলৈ কৃপা কৰিব; [২৩] কিন্তু এতিয়া সি মৰিল, এই হেতুকে ময় কি কাৰণে লঘোন দিম? ময় জানো তাক ওভোটাই আনিব পাৰিম? ময় তাৰ ওচৰলৈ যাম, কিন্তু সি মোৰ ওচৰলৈ উভটি নাহিব। [২৪] পাছে দায়ুদে আপোন তিৰুতা বৎচেবাক সান্ত্বনা কৰিলে, আৰু তাইৰ ওচৰলৈ গৈ তাইৰ লগত শয়ন কৰিলে; আৰু তাই এটী পুত্র প্রসৱ কৰিলত, তেওঁ তাৰ নাম চলোমন [শান্তিযুক্ত] ৰাখিলে। আৰু যিহোৱাই তাক প্রেম কৰিলে, [২৫] আৰু নাথন ভাববাদীক পঠাই যিহোৱাৰ কাৰণে তাৰ নাম যিদীদীয়া [যিহোৱাৰ প্রিয়] ৰখালে।

[২৬] ইয়াৰ ভিতৰতে যোৱাবে অম্মোনৰ সন্তানবিলাকৰ ৰব্বা নগৰৰ অহিতে যুদ্ধ কৰি ৰাজ-নগৰ ললে। [২৭] তেতিয়া যোৱাবে দায়ুদৰ ওচৰলৈ দূতৰ দ্বাৰায় কৈ পঠালে, বোলে, ময় ৰব্বাৰ বিৰুদ্ধে যুদ্ধ কৰি জলপুৰী ললোঁ; [২৮] এতিয়া আপুনি অৱশিষ্ট লোকবিলাকক গোটাই লৈ নগৰৰ বিৰুদ্ধে ছাউনি পাতি তাক লওকহি; নহলে ময় হাত কৰি ললে, নগৰখন মোৰ নামেৰে প্রখ্যাত হব। [২৯] তাতে দায়ুদে আটাই লোকক গোটাই ৰব্বালৈ গৈ, তাৰ অহিতে যুদ্ধ কৰি তাক ললে। [৩০] আৰু তেওঁ সিহঁতৰ ৰজাৰ মূৰৰ পৰা তেওঁৰ ৰাজমুকুটটী ললে; তাৰ সোণৰ পৰিমাণ এক কিক্কৰ আছিল, আৰু তাত অনেক বহুমূল্য মণি আছিল; তাক দায়ুদৰ মূৰত দিয়া হল। তেওঁ সেই নগৰৰ পৰা অতিশয় অধিক লুটদ্রব্য উলিয়াই আনিলে। [৩১] পাছে দায়ুদে তাৰ ভিতৰত থকা লোকবিলাকক বাহিৰলৈ আনি কৰতৰ তলত, আৰু লোহাৰ মৈ ও কুঠাৰৰ তলত দিলে, আৰু ইটাৰ পাগশালিৰ মাজেদি অহা-যোৱা কৰালে। তেওঁ অম্মোনৰ সন্তানবিলাকৰ আটাই নগৰলৈ এই ৰূপে কৰিলে। পাছে দায়ুদ আৰু তেওঁৰ সকলো লোক যিৰূচালেমলৈ উভটি আহিল।

অম্নোনে কৰা ঘিণলগীয়া কার্য্য। অব্চালোমে তাক বধ কৰি পলাই যোৱা।

১৩ তাৰ পাছে এই ৰূপ ঘটনা হল, যে, দায়ুদৰ পুত্র অব্চালোমৰ তামৰ নামেৰে এজনী সুন্দৰী ভনীয়েক আছিল। আৰু দায়ুদৰ পুতেক অম্নোন তাইলৈ কামাসক্ত হল; [২] আৰু মনতে এনে দুঃখ পালে, যে, সি আপোন ভনীয়েক তামৰৰ নিমিত্তে নৰীয়া পৰিল; কিয়নো তাই কুমাৰী আছিল, আৰু অম্নোনে তাইলৈ কিবা কৰিবলৈ দুঃসাধ্য বুলি ভাবিলে। [৩] কিন্তু দায়ুদৰ ককায়েক চিমিয়াৰ পুতেক যোনাদব নামেৰে অম্নোনৰ এজন বন্ধুৱেক আছিল, আৰু যোনাদব বড় চতুৰ আছিল। [৪] সি অম্নোনক সুধিলে, হে ৰাজপুত্র, তুমি দিনে দিনে এনেকৈ ক্ষীণাই গৈছা কিয়? তাক মোক নোকোৱা নে? তাতে অম্নোনে কলে, মোৰ ককাই অব্চালোমৰ ভনীয়েক তামৰলৈ প্রেমাসক্ত আছোঁ। [৫] তেতিয়া যোনাদবে তাক কলে, তুমি আপোনাৰ খাটৰ ওপৰত শুই নৰীয়াৰ ভাও ধৰা; পাছে তোমাৰ পিতৃয়ে তোমাক চাবলৈ আহিলে, তেওঁক কবা, অনুগ্রহ কৰি মোৰ ভনী তামৰক মোৰ ওচৰলৈ আহিবলৈ আজ্ঞা কৰোক, তাই মোক আহাৰ দিওক, আৰু ময় দেখি যেন তাইৰ হাতে ভোজন কৰোঁ, এই নিমিত্তে মোৰ আগতে তাক যুগুত কৰোক। [৬] পাছে অম্নোনে নৰীয়াৰ ভাও ধৰি পৰি থাকিল; তাতে ৰজাই তাক চাবলৈ আহিলত, অম্নোনে ৰজাক কলে, ময় বিনয় কৰোঁ, মোৰ ভনী তামৰক আহিবলৈ দিওক, ময় তাইৰ হাতে

ভোজন করিবর নিমিত্তে ভাই মোর আগতে দুটামান পিঠা যুগুত করোক। [৭] তেতিয়া দায়ূদে তামরর ঘরলৈ মানুহ পঠাই কলে, বোলে, এতিয়া তুমি আপোন ককাই অম্নোনর ঘরলৈ গৈ, তার নিমিত্তে আহার যুগুত করি দিয়া। [৮] তাতে তামর আপোন ককাই অম্নোনর ঘরলৈ গল; তেতিয়া সি শুই আছিল। পাছে তামরে আটাগুড়ি লৈ থচি, তার আগতে পিঠা বনাই তাও দিলে। [৯] আরু তাবাই সৈতে লৈ গৈ, তার আগত ঢালি দিলে; কিন্তু সি খাবলৈ অমান্তি হল; আরু অম্নোনে কলে, মোর ওচরর পরা মানুহবোর বাহিরলৈ যাব লাগে; তাতে আটাইবোর তার ওচরর পরা বাহিরলৈ গল। [১০] তেতিয়া অম্নোনে তামরক কলে, মর তোমার হাতে ভোজন করিবর নিমিত্তে খোবা বস্তু ভিতর-খোঁটালীলৈ আনা; তাতে তামরে আপুনি করা সেই পিঠা লৈ ভিতর-খোঁটালীলৈ আপোনার ককাই অম্নোনর ওচরলৈ গল। [১১] পাছে তাই তাক খুবাবর নিমিত্তে তার ওচরলৈ তাক নিলত, অম্নোনে তাইক ধরি কলে, হে মোর ভনী, আহাঁ, মোর লগত শয়ন করা। [১২] তাতে তাই উত্তর দি কলে, নহয় নহয়, মোর ককাই, মোক বলাৎকার নকরিবা; কিয়নো ইস্রায়েলর মাজত এনে কর্ম্ম করা অযুগুত; তুমি এনে মূর্খর কর্ম্ম নকরিবা। [১৩] মর কলৈ গৈ মোর লাজ ঢাকিম? আরু তুমিও ইস্রায়েলর মাজত এজন মূর্খর নিচিনা হবা। এই হেতুকে এতিয়া মর বিনয় করোঁ, তুমি রজার আগত জনোবা; কিয়নো তেওঁ মোক তোমালৈ দিবলৈ অসম্মত নহব। [১৪] কিন্তু অম্নোনে তাইর কথা শুনিবলৈ অসম্মত হৈ, নিজে তাইত্‌কৈ বলী হোবা হেতুকে, সি তাইক বলেরে ধরি তাইর লগত শয়ন করিলে। [১৫] পাছে অম্নোনে তাইক অতিশয় ঘিণ করিব ধরিলে; কিয়নো সি যি পরিমাণে তাইলৈ কামাসক্ত আছিল, তাত্‌কৈ অধিক পরিমাণে সি তাইক ঘিণ করিব ধরিলে। এই হেতুকে অম্নোনে তাইক কলে, উঠি গুচি যা। [১৬] তাতে তাই তাক কলে, এনে নকরিবা; কিয়নো তুমি মোলৈ করা প্রথম দোষত্‌কৈ, মোক বাহির করি উলিয়াই খেদা অধিক বেয়া। কিন্তু অম্নোনে তাইর কথা শুনিবলৈ অমান্তি হৈ, [১৭] আপোনার পরিচর্য্যা করা দাসক মাতি কলে, এইক মোর ওচরর পরা উলিয়াই দে, আরু তাইর পাছত দুবার ডাং দে। [১৮] সেই কন্যার গাত দীঘল আস্তিনর জামা আছিল, কিয়নো বিয়া নিদিয়া রাজকুমারীবিলাকে সেই রূপ জামা পিন্ধে। পাছে তার দাসে তাইক বাহির করি দি তাইর পাছত দুবার ডাং দিলে। [১৯] তেতিয়া তামরে আপোনার [illegible]ত ছাই ললে, আরু আপোনার গাত থকা সেই দীঘল আস্তিনর জামা ফালি মূরত হাত দি চিঁয়রি কান্দি কান্দি গুচি আহিল। [২০] তার পাছে তাইর ককায়েক অব্‌চালোমে তাইক সুধিলে, তোমার ককাই অম্নোন তোমার লগত আছিল নে কি? কিন্তু এতিয়া হে মোর ভনী, মনে মনে থাকা, সি তোমার ককাই; এই কথাত বড়কৈ দুঃখ নকরিবা। তেতিয়ারে পরা তামর বিষাদ মনেরে আপোন ককাই অব্‌চালোমর ঘরত থাকিল। [২১] পাছে দায়ূদ রজাই এই সকলো কথা শুনি অতিশয় ক্রুদ্ধ হল। [২২] আরু অব্‌চালোমে অম্নোনক ভাল-বেয়া একোকে নকলে; কিয়নো তেওঁর ভনীয়েক তামরক অম্নোনে বলাৎকার করার কারণে অব্‌চালোমে তাক ঘিণ করিলে।

[২৩] পূরা দুবছরর পাছে ইফ্রয়িমর ওচরত থকা বাল-হাচোরত অব্‌চালোমর মেরর নোম কাটিব লগা আছিল; তাতে অব্‌চালোমে আটাই কেউজন রাজকোঁবরক নিমন্ত্রণ করিলে। [২৪] অব্‌চালোমে রজার ওচরলৈ আহি কলে, দেখোক, আপোনার এই দাসর মেরর নোম কাটিব লগা হৈছে; এই কারণে মর বিনয় করোঁ, মহারাজ আরু মহারাজর দাসবিলাক আপোনার এই দাসর লগত আহোক। [২৫] তাতে রজাই অব্‌চালোমক কলে, সেয়ে নহয়, বোপা, আমি আটাইবিলাক নেযাওঁ; গলে তোমার অধিক ভার হব। তথাপি তেওঁ বড়কৈ ধরিলে; কিন্তু রজাই যাবলৈ মান্তি নহৈ, তেওঁক আশীর্ব্বাদ করিলে। [২৬] তেতিয়া অব্‌চালোমে কলে, যদি সেয়ে নহয়, তেন্তে মোর ভাই অম্নোনক আমার লগত যাবলৈ অনুমতি দিওক। রজাই তেওঁক কলে, সি কিয় তোমার লগত যাব? [২৭] কিন্তু অব্‌চালোমে বড়কৈ

ধৰাত, ৰজাই অম্নোন আৰু সকলো ৰাজ-কোঁৱৰক তেওঁৰ লগত যাবলৈ অনুমতি দিলে। [28] পাছে অব্‌চালোমে আপোনার দাসবিলাকক এই আজ্ঞা করিলে, বোলে, অম্নোনর মন কোন সময়ত দ্রাক্ষারসত প্রফুল্লিত হয়, তহঁতে তাক ভালকৈ চাবি, আৰু যেতিয়া তাক মার বুলি ময় তহঁতক কম, তেতিয়া তাক বধ করিবি, ভয় নকরিবি; ময় তহঁতক জানো হুকুম দিয়া নাই? সাহীয়াল হৈ বীরত্ব দে[illegible]। [29] পাছে অব্‌চালোমর দাসবিলাকে অব্‌চালোমর আজ্ঞার দরে অম্নোনক করিলে। তেতিয়া আন আটাই রাজকোঁৱরবিলাক উঠি প্রতিজনে আপোন আপোন খছরত উঠি পলাল। [30] সিবিলাক বাটত থাকোঁতেই দায়ুদলৈ এই বার্ত্তা আহিল, বোলে, অব্‌চালোমে আটাই কেউজন রাজ-কোঁৱরক বধ করিলে, সিবিলাকর এজনো অবশিষ্ট নাই। [31] তাতে রজাই উঠি আপোনার কাপর ফালি মাটিত দীঘল হৈ পড়িল; আৰু তেওঁর দাসবিলাকেও আপোন আপোন কাপর ফালি রজার ওচরত থিয় হল। [32] তেতিয়া দায়ুদর ককায়েক চিমিয়ার পুতেক সেই যোনাদবে মাত লগাই কলে, আটাইবিলাক রাজকোঁৱর যে হত হল, মোর প্রভুৱে এনে ভাব নকরোক; কিয়নো অকল অম্নোন্‌হে মরিছে। কারণ অব্‌চালোমর ভনী তামরক বলাৎকার করা দিনরে পরা অব্‌চালোমে ইয়াক থিয় করিছিল। [33] এতেকে আটাইবিলাক রাজকোঁৱর মরা কথা মোর প্রভু রজাই আপোন মনত ঠাই নিদিব; কিয়নো অম্নোন্‌হে মরিছে। [34] কিন্তু ইয়ার ভিতরতে অব্‌চালোম পলাল। পাছে ভেকা পরিয়াই চকু তুলি চাই পর্ব্বতর কোবর পরা আপোনার পাছফালে থকা বাটেদি অনেক লোকক অহা দেখিলে। [35] তাতে যোনাদবে রজাক কলে, সৌৱা, দেখোক, রাজকোঁৱর-বিলাক আহিছে; আপোনার দাসর কথার দরে সেয়েই ঘটিল। [36] ইয়াকে কোৱামাত্রে রাজ-কোঁৱরবিলাক আহি পাই, চিঁয়রি কান্দিবলৈ ধরিলে; তাতে রজা আৰু তেওঁর আটাই দাস-বিলাকেও বৰকৈ কান্দিলে। [37] ইয়ার ভিতরতে অব্‌চালোম পলাই গচূরর রজা অম্মীহূরর পুত্র তল্‌ময়র ওচরলৈ গল। আৰু দায়ুদে দিনে দিনে আপোনার পুতেকর নিমিত্তে শোক করিলে।

[38] এই রূপে অব্‌চালোম পলাই গচূরলৈ গৈ, তাত তিনি বছর থাকিল। [39] পাছে দায়ুদ রজাই অব্‌চালোমর ওচরলৈ যাবলৈ হাবিয়াহ করিলে। কিয়নো তেওঁ অম্নোনর মৃত্যু হোৱা জানি তার বিষয়ে সান্ত্বনাপ্রাপ্ত হৈছিল।

অব্‌চালোম যিরূচালেমলৈ উলটি অহা।

**১৪** পাছে চরুয়ার পুত্র যোৱাবে রজার মন অব্‌চালোমর পক্ষে হোৱা বুজি, [2] তকোৱালৈ মানুহ পঠাই, তার পরা এজনী বুদ্ধিয়ক তিরুতা অনাই তাইক কলে, এতিয়া তুমি শোক করা ভাও ধরা, শোক-বস্ত্র পিন্ধা, আৰু গাত তেল নঘঁহিবা; কিন্তু মৃত লোকর নিমিত্তে বহুকাল শোক করা তিরুতা যেন হোৱা; [3] আৰু রজার ওচরলৈ সোমাই গৈ তেওঁক এনে তেনে কথা কোৱাগৈ, এই বুলি যোৱাবে কব লগীয়া কথা তাইক শিকাই দিলে। [4] পাছে, তকোৱার তিরুতা জনীয়ে রজাক কোৱা কালত, তাই মাটিলৈ মুখ করি পড়ি প্রণিপাত করি কলে, হে মহারাজ, উপকার করোক। [5] রজাই সুধিলে, তোমার কি হল? তাতে তাই কলে, ময় স্বরূপেই বিধৱা; মোর স্বামী মরিল। [6] আৰু আপোনার বেটীর দুটী পো আছিল, আৰু সিহঁত দুয়ো পথারত কাজিয়া করিলে; তাতে সিহঁতক এরুৱাবলৈ কোনো নথকাত, এটাই আন্‌টোক প্রহার করি বধ করিলে। [7] এতিয়া দেখোক, গোটেই গোষ্ঠীয়ে আপোনার বেটীর বিরুদ্ধে উঠি কৈছে, তয় সেই ভ্রাতৃবধীটোক সোধাই দে; তার বধ করা ভায়েকর প্রাণর সলনি আমি তার প্রাণ লম; তাতে আমি উত্তরাধিকারীকো বিনষ্ট করিম। এই রূপে সিহঁতে মোর বাকী থকা আঙ্গঠাটী নুমাই, পৃথিবীত মোর স্বামীর নাম আদি একো নথকা করিব খুজিছে। [8] তেতিয়া রজাই সেই তিরুতাক কলে, ঘরলৈ যোৱা, ময় তোমার বিষয়ে আজ্ঞা দিম। [9] পাছে সেই তকোৱার তিরুতাই রজাক কলে, হে মোর প্রভু মহারাজ, মোর আৰু মোর পিতৃ-বংশর ওপরতেই এই দোষ পড়োক; মহারাজ আৰু আপোন সিংহাসন হলে নির্দ্দোষী হওক। তেতিয়া রজাই

কলে, ১০ কোনোৱে যদি তোমাক কিবা কয়, তেন্তে তাক মোর আগলৈ আনিবা; তাতে সি আরু তোমাক নুচুব। ১১ পাছে সেই তিরুতাই কলে, ময় মিনতি করিছোঁ, প্রতিকারসাধকক নষ্ট করিবলৈ নিদিবলৈ মহারাজে আপোন ঈশ্বর যিহোৱার নাম উচ্চারণ করোক; সেয়ে নহলে, সিহঁতে মোর পোক বিনষ্ট করিব। রজাই কলে, জীৱন্ত যিহোৱার শপথ, তোমার পোৱাঁর এডালী চুলিও মাটিত নপড়িব। ১২ তেতিয়া সেই তিরুতাই কলে, ময় বিনয় করোঁ, আপোনার বেটীক মোর প্রভু মহারাজর আগত এটা কথা কবলৈ দিওক; তাতে রজাই কলে, কোৱা। ১৩ পাছে সেই তিরুতাই কলে, ঈশ্বরর প্রজার বিরুদ্ধে আপুনি কিয় সেই রূপ কল্পনা করিছে? সেই কথা কোৱাতে মহারাজ দোষী লোক যেন হৈছে; কারণ মহারাজে খেদি দিয়া জনক ওভোটাই আনিব নোখোজে। ১৪ কিয়নো আমি অৱশ্যে মরিম; আরু আমি পুনরায় গোটাব নোৱরা মাটিত পরা পানীর নিচিনা হম; ঈশ্বরে প্রাণ নিনিয়ে, কিন্তু আপোনার পরা দেশান্তর করা লোক যিহঁতে দেশান্তরিত হৈ নেথাকে, তার উপায় চিন্তা করে। ১৫ এতিয়া ময় যে এই কথা মোর প্রভু মহারাজর আগত কবলৈ আহিলোঁ, লোকবিলাকে মোক ভয় লগোৱার কারণেহে আহিলোঁ; আপোনার বেটীয়ে মনতে ভাবিলোঁ, ময় মহারাজর আগত এই কথা জনাম, কিজানি মহারাজে আপোনার বেটীর নিবেদন অনুসারে কার্য্য করিব। ১৬ কিয়নো যেয়ে মোক আরু মোর পোক একেলগে যিহোৱার আধিপত্যর পরা উচ্ছন্ন করিবলৈ খুজিছে, তার হাতর পরা আপোনার বেটীক উদ্ধার করিবলৈ মহারাজে মোর কথা শুনিব। ১৭ আপোনার দাসীয়ে আরু ভাবিলোঁ, মোর প্রভু মহারাজর বাক্য অৱশ্যে সান্ত্বনাদায়ক হব; কিয়নো ভাল-বেয়া বিবেচনা করাত মোর প্রভু মহারাজ ঈশ্বরর দূতর তুল্য; আরু আপোনার ঈশ্বর যিহোৱা আপোনার লগত থাকোক। ১৮ পাছে রজাই উত্তর দি সেই তিরুতাক কলে, ময় বিনয় করোঁ, তোমাক ময় যি সুধিম, তার একোকে মোর পরা গুপুতে নেরাখিবা। তাতে তাই কলে, মোর প্রভু মহারাজে কওক। ১৯ রজাই কলে, তোমার এই সকলো কথাত যোৱাবে জানো হাত দিয়া নাই; তাতে সেই তিরুতাই উত্তর করি কলে, হে মোর প্রভু মহারাজ, আপোনার জীৱনর শপথ, মোর প্রভু মহারাজে কোৱা কথার পরা সোঁ কি বাঁওফালে ঘূরিবর কারো সাধ্য নাই; আপোনার দাস যোৱাবেই মোক আদেশ করিলে, আরু এই আটাই কথা আপোনার বেটীক শিকাই দিলে। ২০ কথাটো পরিবর্ত্তন করিবলৈহে আপোনার দাস যোৱাবে এই কার্য্য করিলে; সেয়ে যি হওক, পৃথিবীত থকা সকলো বিষয় জানিবলৈ, মোর প্রভু ঈশ্বরর দূতর নিচিনা জ্ঞানী। ২১ পাছে রজাই যোৱাবক কলে, এতিয়া দেখা, ময় এই কর্ম্ম করিলোঁৱেই; এই হেতুকে যোৱা, সেই ডেকা অব্‌চালোমক পুনরায় আনাগৈ। ২২ তাতে যোৱাবে মাটিত মুখ লগাই পড়ি প্রণিপাত করিলে, আরু রজাক ধন্যবাদ দি কলে, হে মোর প্রভু মহারাজ, আপুনি আপোনার দাসর নিবেদন অনুসারে কার্য্য করিলে, ইয়াতে ময় যে আপোনার দৃষ্টিত অনুগ্রহ পাইছোঁ, তাক আজি আপোনার দাসে জানিলোঁ। ২৩ পাছে যোৱাব উঠি গচূরলৈ গৈ অব্‌চালোমক যিরূচালেমলৈ আনিলে। ২৪ পাছে রজাই কলে, সি আপোন ঘরলৈ উলটি যাওক; কিন্তু মোর মুখ হলে সি দেখিবলৈ নেপাওক। তাতে অব্‌চালোমে আপোনার ঘরলৈ উলটি গল, আরু রজার মুখ দেখিবলৈ নেপালে।

২৫ গোটেই ইস্রায়েলর মাজত অব্‌চালোমর নিচিনা আপোনার সৌন্দর্য্যর কথাত প্রশংসনীয় কোনো পুরুষ নাছিল; তেওঁর ভরির তলুৱার পরা মূরর তালুলৈকে তেওঁত একো ঘূণ নাছিল। ২৬ যেতিয়া তেওঁ আপোনার মূরর চুলি কাটে, (তেওঁ প্রত্যেক বছরর মূরত আপোনার মূরর চুলি কাটে; তেওঁর মূরর চুলি অতি গধুর হোৱাত তেওঁ তাক কাটে;) তেতিয়া তেওঁ তাক জুখি রাজপরিমাণ অনুসারে দুশ চেকল পায়। ২৭ অব্‌চালোমর তিনটা পুতেক, আরু তামর নামেরে এজনী জীয়েক আছিল; সেই জনী ছোৱালী বড় সুন্দরী।

২৮ পাছে অব্‌চালোমে সম্পূর্ণ দুবছর যিরূচালেমত নিবাস করিও রজার মুখ দেখিবলৈ নেপালে। ২৯ তার পাছে অব্‌চালোমে রজার

ওচৰলৈ পঠাবৰ নিমিত্তে যোৱাবক মতালে; কিন্তু যোৱাব তেওঁৰ ওচৰলৈ আহিবলৈ সন্মত নহল। পাছে দ্বিতীয়বাৰ মানুহ পঠালত, তেতিয়াও তেওঁ আহিবলৈ মান্তি নহল। [30] এই কাৰণে অব্‌চালোমে আপোনাৰ দাসবিলাকক কলে, দেখা, মোৰ মাটিৰ ওচৰতে যোৱাবৰ এখন শস্যক্ষেত্ৰ আছে, আৰু তাত তেওঁৰ যৱ ধান আছে; তইঁতে গৈ তাত জুই লগাই দে। তাতে অব্‌চালোমৰ দাসবিলাকে সেই ক্ষেতিত জুই লগাই দিলে। [31] পাছে যোৱাবে উঠি অব্‌চালোমৰ ঘৰলৈ তেওঁৰ ওচৰলৈ আহি তেওঁক কলে, তোমাৰ দাসবিলাকে মোৰ ক্ষেতিত কিয় জুই লগাই দিলে? [32] তাতে অব্‌চালোমে যোৱাবক কলে, দেখা, মই গচূৰৰ পৰা কেলেই আহিলোঁ? এতিয়ালৈকে তাত থকা হলে মোৰ ভাল আছিল; এতিয়া মোক ৰজাৰ মুখ দেখিবলৈ দিওক; যদি মোত কিবা অপৰাধ আছে, তেন্তে মোক বধ কৰোক, এই বুলি ৰজাৰ আগত কবৰ নিমিত্তে তোমাক পঠাবলৈ ইয়ালৈ আহাঁ বুলি তোমাক মাতি পঠাইছিলোঁ। [33] পাছে যোৱাবে ৰজাৰ আগলৈ গৈ তেওঁক সেই কথা জনালত, ৰজাই অব্‌চালোমক মতালে; তাতে তেওঁ ৰজাৰ আগলৈ গৈ মাটিত মুখ লগাই ৰজাৰ আগত প্ৰণিপাত কৰিলে; তেতিয়া ৰজাই অব্‌চালোমক চুমা খালে।

অব্‌চালোমৰ বিদ্ৰোহ। দায়ূদ পলাই যোৱা।

**১৫** সেই সময়ৰ পাছে, অব্‌চালোমে আপোনাৰ নিমিত্তে এখন ৰথ, কেইটামান ঘোঁৰা, আৰু আপোনাৰ আগে আগে লৰ ধৰিবৰ কাৰণে পঞ্চাশ জন মানুহ যুগুত কৰি ললে। [2] অব্‌চালোমে ৰাতিপুৱাতে উঠি, নগৰৰ দুৱাৰৰ বাটৰ কাষত থিয় হয়; তাতে বিচাৰৰ অৰ্থে ৰজাৰ ওচৰলৈ আহিব লগা কোনো মানুহৰ গোচৰ থাকিলে, অব্‌চালোমে তাক মাতি সোধে, তুমি কোন নগৰৰ মানুহ? তাতে সি, আপোনাৰ বন্দী মই ইস্ৰায়েলৰ অমুক ফৈদৰ মানুহ, এই বুলি উত্তৰ কৰিলে [3] অব্‌চালোমে তাক কয়, দেখা, তোমাৰ গোচৰৰ কথা ভাল আৰু ন্যায়, কিন্তু তোমাৰ কথা শুনিবলৈ ৰজাৰ নিযুক্ত লোক কোনো নাই। [4] অব্‌চালোমে আৰু কয়, অহ, মোক দেশৰ বিচাৰকৰ্ত্তা পতা হলে, কেনে ভাল আছিল! তাকে কৰা হলে, মকৰ্দ্দমা বা গোচৰ থকা প্ৰতিজন মানুহ মোৰ ওচৰলৈ আহিলহেঁতেন, আৰু মই তাৰ ন্যায় বিচাৰ কৰিলোঁহেঁতেন। [5] আৰু যি কোনোৱে তেওঁৰ আগত প্ৰণিপাত কৰিবলৈ তেওঁৰ ওচৰলৈ আহে, তাক তেওঁ হাত মেলি ধৰি চুমা খায়। [6] ইস্ৰায়েলৰ যিমান মানুহ ৰজাৰ ওচৰলৈ বিচাৰৰ অৰ্থে যায়, সেই আটাইলৈকে অব্‌চালোমে সেই ৰূপ ব্যৱহাৰ কৰে। এই প্ৰকাৰে অব্‌চালোমে ইস্ৰায়েল লোকবিলাকৰ মন তেওঁৰ ফাললৈ নিলে।

[7] তাৰ পাছে চাৰি বছৰ গলত, অব্‌চালোমে ৰজাক কলে, মই বিনয় কৰিছোঁ, মই যিহোৱালৈ যি এটা সঙ্কল্প কৰিলোঁ, তাক হিব্ৰোণত পালন কৰিবৰ নিমিত্তে মোক যাবলৈ অনুমতি দিওক। [8] কিয়নো আপোনাৰ দাস মই যেতিয়া অৰাম দেশৰ গচূৰত প্ৰবাস কৰি আছিলোঁ, তেতিয়া মই এই সঙ্কল্প কৰি কৈছিলোঁ, যদি যিহোৱাই মোক নিশ্চয়ে যিৰূচালেমলৈ ওভোটাই নিয়ে, তেন্তে মই যিহোৱাক সেৱাভক্তি কৰিম। [9] তাতে ৰজাই কলে, কুশলে যোৱা। তেতিয়া তেওঁ উঠি হিব্ৰোণলৈ গল। [10] কিন্তু অব্‌চালোমে ইস্ৰায়েলৰ আটাই ফৈদৰ ওচৰলৈ চোৰাং-চোৱাৰ দ্বাৰায় কৈ পঠালে, বোলে, শিঙাৰ শবদ শুনামাত্ৰে তোমালোকে কবা, অব্‌চালোম হিব্ৰোণত ৰজা হল। [11] আৰু অব্‌চালোমৰ লগত যিৰূচালেমৰ পৰা দুশ নিমন্ত্ৰিত লোক গৈছিল; সিবিলাকে একোৰো বুজ নেপাই সৰল মনেৰে গৈছিল। [12] পাছে অব্‌চালোমে বলিদান কৰা সময়ত মানুহ পঠাই দায়ূদৰ মন্ত্ৰী গিলোনীয়া অহীথোফলক তেওঁৰ নগৰ গিলোৰ পৰা মতাই আনিলে; আৰু চক্ৰান্ত শকত হৈ উঠিল; কিয়নো অব্‌চালোমৰ পক্ষৰ লোক ক্ৰমে ক্ৰমে বাঢ়ি গল।

[13] পাছে এজন দূতে দায়ূদৰ ওচৰলৈ আহি এই সম্বাদ দিলে, বোলে, ইস্ৰায়েলৰ লোকবিলাকৰ মন অব্‌চালোমৰ পক্ষে হল। [14] তাতে দায়ূদে আপোনাৰ ওচৰত যিৰূচালেমত থকা সকলো দাসবিলাকক কলে, আহাঁ, আমি ওলাই পলাওঁ; নহলে অব্‌চালোমৰ হাতৰ পৰা আমি

এজনো পারিব নোৱারিম। এতেকে যাবলৈ খর কৰা; নহলে সি বেগাই আমার লগ ধরি, আমার ওপরত অমঙ্গল ঘটাব, আরু তরোৱালর ধারেরে নগরর লোকক আঘাত করিব। [১৫] তাতে রজার দাসবিলাকে রজাক কলে, দেখোক, মোর প্রভু মহারাজে যি করিবলৈ মন করিছে, তাক করিবলৈ আপোনার দাসবিলাক যুগুত হৈ আছে। [১৬] পাছে রজা ওলাই গল, আরু তেওঁর সকলো পরিয়াল তেওঁর পাছে পাছে গল; তথাপি রাজগৃহ রাখিবর নিমিত্তে দহ জনী উপপত্নী থৈ গল। [১৭] পাছে রজা আরু তেওঁর পাছত যোৱা সকলো মানুহ ওলাই গৈ বৈৎ-মির্হকত রল। [১৮] তেওঁর আটাই দাসবিলাক তেওঁর ওচরেদি চলি গল; আরু আটাই করেথীয়া, আটাই পলেথীয়া, আরু আটাই গাতীয়া লোক অর্থাৎ তেওঁর পাছে পাছে গাতর পরা অহা ছশ লোক রজার আগেদি চলি গল। [১৯] পাছে রজাই গাতীয়া ইত্তয়ক কলে, তুমিও আমার লগত কিয় যাবা? তুমি উভটি গৈ রজার লগত থাকা; কিয়নো তুমি বিদেশী আরু দেশান্তর হোৱা মানুহ; তোমার নিজ ঠাইলৈ উলটি যোৱা। [২০] তুমি কালি-পরহি মাথোন আহিলা; আজি জানো ময় তোমাক ইফালে সিফালে আমার লগত লৈ ফুরাম? ময় যলৈকে পাওঁ, তলৈকে যাম; তুমি উভটি যোৱা, আরু আপোন ভাইবিলাককো লৈ যোৱা; যিহোৱাই তোমার লগত দয়া আরু সত্য ব্যবহার করোক। [২১] তাতে ইত্তয়ে রজাক উত্তর দি কলে, জীৱন্ত যিহোৱার শপথ, আরু মোর প্রভু মহারাজর জীৱনর শপথ, মরিবর অর্থেই হওক, বা জীৱর অর্থেই হওক, মোর প্রভু মহারাজ যি ঠাইতেই থাকিব, আপোনার এই দাসো সেই ঠাইতেই থাকিব। [২২] পাছে দায়ূদে ইত্তয়ক কলে, তেন্তে তুমি আগ বাঢ়ি গৈ পার হোৱা। তাতে গাতীয়া ইত্তয় ও তেওঁর সমুদায় লোক, আরু তেওঁর লগত অহা আটাই লরা-তিরুতাবিলাকেও পার হৈ গল। [২৩] আরু সকলো লোকে পার হৈ যাওঁতে, দেশ গোটেইখনে বড়কৈ ক্রন্দন করিলে; পাছে রজাই নিজেও কিদ্রোণ জুরী পার হল; এই রূপে আটাই লোকবিলাকে পার হৈ অরণ্যর বাটেদি গল। [২৪] আরু দেখা, চাদোকো আহিল, তেওঁর লগত লেবীয়া লোকবিলাকে ঈশ্বরর নিয়ম-চন্দুক বৈ লৈ আহিল; আরু নগরর পরা আটাই লোক একেবারে ওলাই নাহিলমানে সিবিলাকে যিহোৱার চন্দুক নমাই রাখিলে, আরু অবিয়াথর উঠি আহিল। [২৫] পাছে রজাই চাদোকক কলে, তুমি ঈশ্বরর চন্দুক পুনরায় নগরলৈ লৈ যোৱা। যদি যিহোৱার দৃষ্টিত ময় অনুগ্রহ পাওঁ, তেন্তে তেওঁ পুনরায় মোক ওলোটাই আনিব, আরু তাক ও তেওঁর বাসস্থান মোক দেখুৱাব; [২৬] কিন্তু যদি তেওঁ এই দরে কয়, তোমাত মোর একো সন্তোষ নাই, তেন্তে দেখা, ময় আছোঁ, তেওঁর দৃষ্টিত যি ভাল দেখে, মোলৈ তেওঁ তাকেই করোক। [২৭] পাছে রজাই চাদোক পুরোহিতক আরু কলে, তুমি দর্শক নোহোৱা নে? তুমি তোমার পোৱা অহীমাচ, আরু অবিয়াথরর পুতেক যোনাথন, তোমালোকর এই দুই পোৱাঁক লগত লৈ, কুশলে নগরলৈ উলটি যোৱা। [২৮] দেখা, তোমালোকর ওচরর পরা মোলৈ ঠিক খবর নাহেমানে, ময় অরণ্যর পারঘাটত বাট চাই থাকিম। [২৯] এতেকে চাদোক আরু অবিয়াথরে ঈশ্বরর চন্দুক আকৌ যিরূচালেমলৈ লৈ গৈ, সেই ঠাইতে থাকিল।

[৩০] পাছে দায়ূদ জৈতুন পর্ব্বত উঠি যোৱা বাটেদি উঠি গল, আরু তেওঁ ওপরলৈ উঠি যাওঁতে কান্দি কান্দি গল, আরু তেওঁ মূর ঢাকি খুদা-ভরিরে গল; আরু তেওঁর লগর লোকবিলাকর প্রতিজনেও আপোন আপোন মূর ঢাকিলে, আরু ওপরলৈ উঠি যাওঁতে কান্দি কান্দি গল। [৩১] পাছে কোনো এজনে দায়ূদক কলে, অবচালোমর লগত চক্রান্তকারীবোরর মাজত অহীথোফলো আছে। তাতে দায়ূদে কলে, হে যিহোৱা, ময় বিনয় করোঁ, অহীথোফলর মন্ত্রণা মূর্খর মন্ত্রণা করোক। [৩২] পাছে যি ঠাইত লোকবিলাকে যিহোৱার আরাধনা করে, দায়ূদে পর্ব্বতর সেই টিং পালত, অর্কীয়া হূচয়ে আপোনার কাপর ফালি মূরত মাটি লৈ দায়ূদর লগ লবলৈ আহিল। [৩৩] তাতে দায়ূদে তেওঁক কলে, তুমি যদি মোর লগত যোৱা, তেন্তে তুমি মোলৈ ভারহে হবা; [৩৪] কিন্তু যদি তুমি নগরলৈ উলটি গৈ অবচালোমক কোৱা, যে, হে মহারাজ, ময় আপোনার দাস হম, আগেয়ে যেনেকৈ আপো-

নার পিতৃর দাস আছিলোঁ, তেনেকৈ আপোনারো দাস হম, তেন্তে মোর নিমিত্তে তুমি অহীথোফলর মন্ত্রণা ব্যর্থ করিব পারিবা। ৩৫ সেই ঠাইতে চাদোক আরু অবিয়াথর পুরোহিত জানো তোমার লগত নেথাকিব? এই হেতুকে তুমি রাজগৃহত যি যি কথা শুনিবা, সেই আটাইকে চাদোক আরু অবিয়াথর পুরোহিতক কবা। ৩৬ দেখা, সেই ঠাইত সিবিলাকর লগত সিবিলাকর দুজন পুতেক, চাদোকর পুতেক অহীমাচ আরু অবিয়াথরর পুতেক যোনাথন আছে; তোমালোকে যি কোনো কথা শুনিবা, সিহঁতর দ্বারায় মোর গুরিলৈ তার বার্ত্তা পঠাই দিবা। ৩৭ তাতে দায়ুদর বন্ধু হূচয় নগরলৈ গল, আরু তেতিয়া অব্‌চালোমো যিরূচালেমত সোমাল।

১৬ তার পাছে দায়ুদে পর্ব্বতর টিং পাছ পেলাই অলপ আগ হলত, দেখা, মফীবোচতর দাস চীবাই সজোবা দুটা গাধ লগত লৈ গৈ তেওঁর গুরিত উপস্থিত হল; সেই গাধর ওপরত দুশ পিঠা, এশ থোপা শুকান দ্রাক্ষাগুটি, এশ লদা খাজুর গুটি, আরু এক মোট দ্রাক্ষারস আছিল। ২ পাছে রজাই চীবাক সুধিলে, তুমি এইবোর অনার অভিপ্রায় কি? তাতে চীবাই কলে, এই গাধ দুটা রজার পরিয়াল উঠি যাবর নিমিত্তে, এই পিঠা আরু খাজুর গুটি ডেকাবিলাকর আহারর নিমিত্তে, আরু দ্রাক্ষারস অরণ্যত ক্লান্ত হোবা লোকবিলাকে পান করিবর অর্থে। ৩ পাছে রজাই কলে, তোমার প্রভুর ল'রাটো ক'ত? তাতে চীবাই রজাক কলে, দেখোক, তেওঁ যিরূচালেমত আছে; কিয়নো তেওঁ কলে, ইস্রায়েল-বংশই আজি মোর পৈতৃক রাজ্য মোক ওলোটাই দিব। ৪ তাতে রজাই চীবাক কলে, দেখা, মফীবোচতর সর্ব্বস্ব তোমারেই। চীবাই কলে, হে মোর প্রভু মহারাজ, ময় প্রণিপাত করিছোঁ; বিনয় করোঁ, মোক আপোনার দৃষ্টিত অনুগ্রহপ্রাপ্ত করোক।

৫ পাছে দায়ুদ রজাই বহুরীম পালত, চৌলর বংশর গোষ্ঠীর ভিতরর গেরার পুতেক চিমিয়ী নামেরে এটা মানুহ তার পরা ওলাল; সি ওলাই শাও দি দি আহিল। ৬ সি দায়ুদলৈ আরু দায়ুদ রজার সকলো দাসলৈ শিল দলিয়ালে; তেতিয়া সকলো লোক আরু সকলো বীর তেওঁর সোঁ আরু বাঁওফালে আছিল। ৭ চিমিয়ীয়ে শাও দি দি কৈছিল, হেরৌ রক্তপাতী পাষণ্ড, যা, গুচি যা; ৮ তয় যার পদত রজা হলি, সেই চৌলর বংশর সকলো রক্তপাতর প্রতিফল যিহোবাই তোক দিছে; যিহোবাই তোর পুতের অব্‌চালোমর হাতত রাজ্য সমর্পণ করিলে; দেখ, তয় আপোন দুষ্টতাত ধরা পড়িলি, কিয়নো তয় রক্তপাতী মানুহ। ৯ তেতিয়া চরূয়ার পুত্র অবীচয়ে রজাক কলে, সেই মরা কুকুরে মোর প্রভু মহারাজক কিয় শাও দিয়ে? আপুনি অনুমতি করে যদি, ময় পার হৈ গৈ তার মূর কাটি পেলাওঁ। ১০ কিন্তু রজাই কলে, হে চরূয়ার পুতেকবিলাক, তোমালোকর লগত মোর কি সম্পর্ক? যি স্থলত যিহোবাই দায়ুদক শাও দে বুলি তাক কৈছে, এনে স্থলত, সি শাও দিয়াত, তয় এনে কিয় করিছ বুলি কোনে কব? ১১ দায়ুদে অবীচয়ক আরু আপোনার সকলো দাসক আরু কলে, দেখা, মোর ঔরসত জন্মা মোর পুত্রই মোর প্রাণ লবলৈ বিচারিছে; তেন্তে সেই বিন্যামীনীয়াটোবে কিমান অধিক পরিমাণে বিচারিব! তাক থাকিব দিয়া, সি শাও দিওক; কিয়নো যিহোবাই তাক অনুমতি দিছে। ১২ কিজানি মোলৈ করা অন্যায়লৈ যিহোবাই দৃষ্টি করিব, আরু সি আজি মোক দিয়া শাওর সলনি যিহোবাই মোর মঙ্গল করিব। ১৩ এই রূপে দায়ুদ আরু তেওঁর লোকবিলাক বাটেদি গৈ আছিল, আরু সেই চিমিয়ীয়েও তেওঁর সম্মুখে পর্ব্বতর চালেদি, শাও দি দি তেওঁলৈ শিল মারি মারি আরু মাটি দলিয়াই দলিয়াই গৈ আছিল। ১৪ পাছে রজাই আপোনার লগর লোকবিলাকে সৈতে অয়েফীমলৈ আহি, সেই ঠাইত জিরালে।

### যিরূচালেমত অব্‌চালোমর প্রবেশ। অহীথোফলর আরু হূচয়র মন্ত্রণা।

১৫ এনেতে অব্‌চালোম আরু তেওঁর লগত অহীথোফল, আরু ইস্রায়েলর আটাই লোক যিরূচালেমলৈ আহিল। ১৬ পাছে, যেতিয়া দায়ুদর বন্ধু অর্কীয়া হূচয় অব্‌চালোমর ওচরলৈ আহিল, তেতিয়া হূচয়ে অব্‌চালোমক কলে, মহারাজ চিরজীবী হওক, মহারাজ চিরজীবী হওক। ১৭ তাতে অব্‌চালোমে হূচয়ক কলে,

তোমার বন্ধুলৈ এনেকুৱাহে মরম নে? তুমি আপোন বন্ধুর লগত কিয় নগলা? ১৮ তাতে হূচয়ে অব্‌চালোমক কলে, নহয়, কিন্তু যি জনক যিহোৱাই, এই লোকবিলাকে, আরু ইস্রায়েলর সকলো লোকে মনোনীত করিলে, ময় তেওঁর ফলীয়াহে, তেওঁর লগতহে ময় থাকিম। ১৯ আরু কওঁ, ময় কার দাস্যকর্ম্ম করিম? তেওঁর পুত্রর সাক্ষাতে নকরিম নে? যেনেকৈ আপোনার পিতৃর সাক্ষাতে দাস্যকর্ম্ম করিলোঁ, তেনেকৈ আপোনার আগতো করিম। ২০ পাছে অব্‌চালোমে অহীথোফলক কলে, এতিয়া আমি কি করা উচিত, সেই বিষয়ে তোমালোকে মন্ত্রণা দিয়া। ২১ তেতিয়া অহীথোফলে অব্‌চালোমক কলে, আপোনার পিতৃয়ে আপোন ঘর রাখিবর নিমিত্তে যি উপপত্নীবোর থৈ গৈছে, আপুনি সেইবোরত গমন করোকগৈ; তাতে আপুনি যে আপোন পিতৃর ঘিণলগীয়া হৈছে, তাক গোটেই ইস্রায়েলে শুনিব, আরু আপোনার লগর আটাই লোকর হাত বলবান হব। ২২ পাছে অব্‌চালোমর নিমিত্তে গৃহর চালর ওপরত এটা তাম্বু তরি দিয়া হলত, অব্‌চালোমে আটাই ইস্রায়েলর সাক্ষাতে আপোন পিতৃর উপপত্নীবোরত গমন করিলে। ২৩ সেই কালত অহীথোফলে যি যি মন্ত্রণা দিছিল, সেইবোর ঈশ্বরর বাক্যর দ্বারায় উত্তর পোৱার নিচিনা আছিল; দায়ূদক দিয়া আরু অব্‌চালোমক দিয়া অহীথোফলর সকলো মন্ত্রণা তেনেকুৱা আছিল।

১৭ পাছে অহীথোফলে অব্‌চালোমক আরু কলে, আপোনার অনুমতি হয় যদি, ময় বার হাজার লোক বাচি লৈ, আজি রাতিয়েই উঠি দায়ূদর পাছত খেদা দিওঁ; ২ তেওঁ ক্লান্ত হোৱা আরু তেওঁর হাত দুর্ব্বল হোৱা সময়ত, ময় হঠাৎ তেওঁক আক্রমণ করি ত্রাসত পেলাম; তাতে তেওঁর লগর আটাই মানুহ পলাই যাব, আরু ময় অকল রজাকহে বধ করিবলৈ পাম; ৩ এই রূপে ময় সকলো লোকক আপোনার কালৈ আনিম; আপুনি যাক বিচারিছে, তেওঁরেই মরণ, আরু সকলো লোক উভটি অহা তুল্যে সমান; তাতে আটাই লোক কুশলে থাকিব। ৪ তেতিয়া অব্‌চালোম আরু ইস্রায়েলর সকলো বৃদ্ধ লোকে সেই কথাতে সন্তোষ পালে।

৫ পাছে অব্‌চালোমে কলে, এতিয়া অর্কীয়া হূচয়ক মাতা; তেওঁ কি কয়, তাকো আমি শুনো। ৬ তেতিয়া হূচয় অব্‌চালোমর ওচরলৈ আহিলত, অব্‌চালোমে তেওঁক কলে, অহীথোফলে এনে তেনে কথা কৈছে; তেওঁ কোৱার দরে আমি করিম নে? যদি করিব নেলাগে, তেন্তে তুমি কোৱা। ৭ পাছে হূচয়ে অব্‌চালোমক কলে, অহীথোফলে এইবার দিয়া মন্ত্রণা ভাল নহয়। ৮ হূচয়ে আরু কলে, আপোনার পিতৃক আরু তেওঁর লোকবিলাককো আপুনি জানে, যে, সিবিলাক বীরপুরুষ, আরু পোৱালি নিয়া বনর ভালুকর দরে সিবিলাকর খং উঠি থাকে। আরু আপোনার পিতৃ যুদ্ধারু; তেওঁ লোকবিলাকর লগত রাতি নেথাকে। ৯ দেখোক, এতিয়া তেওঁ কোনো গাঁতত, নাইবা আন কোনো ঠাইত লুকাই আছে; পাছে, আরম্ভতে লোকবিলাকর মাজত কেতবোর পতিত হলে, তাক শুনা মানুহে কব, অব্‌চালোমর পাছত যাওঁতা লোকবিলাকর মাজত হত্যা হৈছে। ১০ তেন্তে যি মানুহ সাহীয়াল, যার মন সিংহর মনর নিচিনা, সিও একেবারে পমি যাব; কারণ আপোনার পিতৃ যে বীরপুরুষ, আরু তেওঁর লগর লোকবিলাকো সাহীয়াল, তাক গোটেই ইস্রায়েলে জানে। ১১ কিন্তু ময় এই মন্ত্রণা দিওঁ; দানরে পরা বের-চেবালৈকে সাগরর তীরত থকা বালির নিচিনা অসংখ্যকৈ সকলো ইস্রায়েলক আপোনার ওচরত গোট খুৱা হওক, আরু আপুনি নিজে যুদ্ধলৈ ওলাওক। ১২ তাতে যি কোনো ঠাইত তেওঁক পোৱা যাব, সেই ঠাইতে আমি তেওঁর গুরিত উপস্থিত হৈ, মাটিত নিয়র পড়ার দরে তেওঁর ওপরত পড়িমহঁক; তাতে তেওঁক, বা তেওঁর লগত যোৱা মানুহর মাজর এজনকে অবশিষ্ট নেরাখিম। ১৩ আরু যদি তেওঁ কোনো নগরত আশ্রয় লয়, তেন্তে গোটেই ইস্রায়েলে সেই নগরখনলৈ লেজু আনিব, আরু আমি নগরখন বান্ধি, এটা সরু শিলো নথকাকৈ জুরীলৈকে তাক টানি লৈ যাম। ১৪ পাছে অব্‌চালোম আরু ইস্রায়েলর সকলো লোকে কলে, অহীথোফলর মন্ত্রণাতকৈ অর্কীয়া হূচয়র মন্ত্রণা উত্তম; কিয়নো অব্‌চালোমর ওপরত অমঙ্গল ঘটাবর নিমিত্তে, অহীথোফলর উত্তম মন্ত্রণা ব্যর্থ করিবলৈ যিহোৱাই ইয়াক থির করিছিল।

১৫ পাছে হূচয়ে চাদোক আৰু অবিয়াথৰ এই দুজন পুৰোহিতক কলে, অহীথোফলে অব্চালোমক আৰু ইস্ৰায়েলৰ বৃদ্ধ লোকবিলাকক এনে তেনে মন্ত্ৰণা দিছিল; কিন্তু মই হলে, এনে তেনে মন্ত্ৰণা দিলোঁ। ১৬ এতেকে তোমালোকে বেগাই দায়ূদৰ ওচৰলৈ মানুহ পঠাই তেওঁক কোৱা, যে, আপুনি অৰণ্যৰ পাৰঘাটত এই ৰাতি নেথাকিব, কিন্তু কোনো প্ৰকাৰে পাৰ হৈ যাব; নহলে, মহাৰাজ আৰু আপোনাৰ লগৰ সকলো লোক গ্ৰাসিত হব পাৰে। ১৭ সেই কালত যোনাথন আৰু অহীমাচ অয়িন-ৰোগেলত আছিল, আৰু এজনী বেটীয়ে গৈ সিবিলাকক বাৰ্ত্তা দি আছিল, আৰু সিবিলাকে গৈ দায়ূদ ৰজাক বাৰ্ত্তা দিলে; কিয়নো সিবিলাক নগৰত সোমোৱা কোনো লোকে দেখা ভাল নাছিল। ১৮ কিন্তু এটা লৰাই সিবিলাকক দেখি অব্চালোমৰ আগত কোৱাত, সিবিলাক দুয়ো শীঘ্ৰে গুচি গৈ, বহুৰীমত থকা এজন মানুহৰ ঘৰ পালেগৈ; তাৰ চোঁতালত এটা নাদ আছিল, আৰু সিবিলাক সেই নাদলৈ নামিল। ১৯ পাছে সেই ঘৰৰ ঘৈনীয়ে নাদৰ মুখত কাপৰ এখন পাৰি, তাৰ ওপৰত খৰচিয়া পিঠাগুড়ি মেলি দিলে; তাতে তাক কোনেও জানিবলৈ নেপালে। ২০ পাছে অবচালোমৰ দাসবোৰে সেই ঘৰৰ ঘৈনীৰ ওচৰলৈ গৈ সুধিলে, অহীমাচ আৰু যোনাথন ক'ত আছে? তেতিয়া সেই তিৰুতাই সিহঁতক কলে, সিবিলাকে জুৰীখন পাৰ হৈ গল; তাতে সিহঁতে সিবিলাক দুজনক বিচাৰি নেপাই যিৰূচালেমলৈ উভটি আহিল। ২১ সিহঁত গুচি যোৱাৰ পাছে, সেই দুজনে নাদৰ পৰা উঠি গৈ দায়ূদ ৰজাক বাৰ্ত্তা দি কলে, আপোনালোক উঠোক, বেগাই পানীখিনি পাৰ হৈ যাওক; কিয়নো অহীথোফলে আপোনালোকৰ বিৰুদ্ধে এনে তেনে মন্ত্ৰণা দিলে। ২২ তাতে দায়ূদ আৰু তেওঁৰ লগৰ সকলো লোকে উঠি যৰ্দ্দন পাৰ হল; যৰ্দ্দন পাৰ নোহোৱাকৈ ৰাতিপুৱালৈ সিবিলাকৰ এজনো অৱশিষ্ট নেথাকিল। ২৩ পাছে, আপোনাৰ মন্ত্ৰণাৰ দৰে কাম নকৰা দেখি অহীথোফলে আপোনাৰ গাধ সজাই তাত উঠি, আপোনাৰ নগৰলৈ আপোনাৰ ঘৰলৈ গল, আৰু আপোনাৰ ঘৰৰ বিষয়ে দিহা দি, নিজে নিজৰ ডিঙিত ফাঁচ লগাই মৰিল; পাছে পৈতৃক মৈদামত তাক মৈদাম দিয়া হল।

অব্চালোমক পৰাজয় কৰা আৰু তেওঁৰ মৰণ।

২৪ পাছে দায়ূদে মহনয়িম পালেগৈ, আৰু অব্চালোমে সকলো ইস্ৰায়েল লোকে সৈতে যৰ্দ্দন পাৰ হল। ২৫ আৰু অব্চালোমে যোৱাবৰ সলনি অমাচাক প্ৰধান সেনাপতি পাতিলে। অমাচা ইস্ৰায়েলীয়া যিথ্ৰা নামেৰে এজন মানুহৰ পুত্ৰ; সেই মানুহে যোৱাবৰ মাক চৰুয়াৰ ভনীয়েক নাহচৰ জীয়েক অবীগলত গমন কৰিছিল। ২৬ পাছে ইস্ৰায়েল আৰু অব্চালোমে গিলিয়দ দেশত ছাউনি পাতিলে।

২৭ তাৰ পাছে দায়ূদে মহানয়িম পালত, অম্মোনৰ সন্তানবিলাকৰ ৰব্বাত থকা নাহচৰ পুত্ৰ চোবীয়ে, আৰু লো-দবাৰত থকা অম্মীয়েলৰ পুত্ৰ মাখীৰে, আৰু ৰোগেলীমত থকা গিলিয়দীয়া বৰ্জ্জিল্লয়ে দায়ূদৰ আৰু তেওঁৰ লগৰ লোকবিলাকৰ নিমিত্তে শয্যা, চৰিয়া, মাটিৰ পাত্ৰ, ২৮ আৰু খাবৰ নিমিত্তে ঘেঁহু, যব, আটাগুড়ি, ভজা শস্য, লেচেৰা মাহ, মচুৰ মাহ, ভজা মাহ, মৌ, দধি, ২৯ মেৰৰ জাক, আৰু গৰু গাখীৰৰ পনীৰ আনিলে; কিয়নো সিহঁতে ভাবিছিল, যে, লোকবিলাক অৰণ্যত ক্ষুধাতুৰ, শ্ৰান্ত, আৰু তৃষ্ণাতুৰ হৈছে।

১৮ পাছে দায়ূদে আপোনাৰ লগৰ লোকবিলাকক গণনা কৰিলে, আৰু সিবিলাকৰ ওপৰত সহস্ৰপতি ও শতপতি নিযুক্ত কৰিলে। ২ আৰু দায়ূদে যোৱাবৰ হাতত লোকবিলাকৰ এভাগ, আৰু যোৱাবৰ ভায়েক চৰুয়াৰ পুত্ৰ অবীচয়ৰ হাতত এভাগ, আৰু গাতীয়া ইত্তয়ৰ হাতত এভাগ সমৰ্পণ কৰি পঠাই দিলে। আৰু ৰজাই লোকবিলাকক কলে, মই নিজেও নিশ্চয়ে তোমালোকৰ লগত যাম। ৩ কিন্তু লোকবিলাকে কলে, আপুনি যাব নেলাগে। কিয়নো আমি পলালে, আমাৰ নিমিত্তে সিহঁতে চিন্তা নকৰিব, আমাৰ অৰ্দ্ধেক লোক মৰিলেও আমাৰ নিমিত্তে চিন্তা নকৰিব; কিন্তু আপুনি আমাৰ দহ হাজাৰৰ সমান। এই হেতুকে আপুনি নগৰৰ পৰা আমাক সহায় কৰিবৰ অৰ্থে আপুনি যুগুত হৈ থাকিলে ভাল হয়। ৪ তাতে ৰজাই সিবিলাকক

কলে, তোমালোকে যিহকে ভাল দেখা, ময় তাকেই করিম। পাছে রজা নগরর দুৱারর কোষত থিয় হৈ রল, আৰু সকলো লোক শ শকৈ হাজার হাজারকৈ ওলাই গল। [৫] তেতিয়া রজাই যোৱাব, অবীচয়, আৰু ইত্তয়ক আজ্ঞা করি কলে, তোমালোকে মোলৈ চাই, সেই ডেকা পুরুষ অব্চালোমলৈ মৃদু ব্যৱহার করিবা। অব্-চালোমর বিষয়ে সেনাপতিবিলাকক রজাই এই আজ্ঞা দিয়া সময়ত সকলো লোকে তাক শুনিলে। [৬] এই রূপে লোকবিলাক ইস্রায়েলর বিরুদ্ধে বাহিরলৈ ওলাই গল, আৰু ইফ্রয়িম কাঠনিত যুদ্ধ লাগিল। [৭] সেই ঠাইত ইস্রায়েল লোক-বিলাক দায়ূদর দাসবিলাকর সম্মুখত ঘাটিল; তাতে সেই দিনা তাত মহা-সংহার হোৱাত বিশ হাজার লোক মরিল। [৮] কিয়নো যুদ্ধ সেই অঞ্চলত বেমেলি হল, আৰু সেই দিনা তাত তরোৱালে যিমান লোক গ্রাস করিলে, কাঠনিয়ে তাত্কৈ অধিক লোক গ্রাস করিলে। [৯] পাছে অব্চালোম দায়ূদর দাসবিলাকর আগত হঠাৎ উপস্থিত হল; অব্চালোম আপোনার খছরর ওপরত উঠি যাওঁতে, সেই খছর তাত থকা এজোপা ডাঙর এলা গছর ঘন ডালর তলেদি যোৱাত, সেই এলা গছত অব্চালোমর মূর লাগিলত, তেওঁ আকাশ আৰু পৃথিবীর মাজত ওলমি থাকিল, আৰু তলর পরা খছর চলি গল। [১০] পাছে এটা মানুহে তাকে দেখি যোৱা-বক কলে, দেখা, ময় এলা গছত অব্চালোমক ওলমি থকা দেখিলোঁ। [১১] তেতিয়া যোৱাবে সেই বার্ত্তা দিয়া মানুহটোক কলে, যদি তয় তেনেকুৱা দেখিছিলি, তেন্তে কিয় সেই ঠাইতে তাক মারি মাটিত নেপেলালি? তাকে করা হলে, ময় তোক দহ চেকল রূপ আৰু এগছ টঙালি দিলোঁহেঁতেন। [১২] তেতিয়া মানুহটোৱে যোৱা-বক কলে, ময় যদিও হাজার চেকল রূপ জুখি হাতর তলুৱাত লওঁ, তথাপি ময় সেই রাজকোঁৱরর অহিতে হাত নেমেলোঁ; কিয়নো আমি শুনাকৈ, রজাই আপোনাক, অবীচয়ক, আৰু ইত্তয়ক এই আজ্ঞা দিছিল, বোলে, সাৱধান, তোমালোকে কোনেও সেই ডেকা অব্চালোমক নুচুবা। [১৩] নতুবা ময় যদি তেওঁর প্রাণর অহিতে বিশ্বাস-ঘাতকতা করিলোঁহেঁতেন, (আৰু রজার পরা কোনো কথা গুপুত নেথাকে,) তেন্তে আপুনি নিজেই মোর পরা আঁতরি থাকিলহেঁতেন। [১৪] তেতিয়া যোৱাবে, তোরে সৈতে ময় এই রূপে পলম করি থাকিব নোৱারোঁ বুলি কৈ, আপোনার হাতত তিনডাল শূল লৈ গৈ, অব্চালোম এলা গছর মাজত জীয়াই থাকোঁতেই, তেওঁর বুকত সুমুৱাই দিলে; [১৫] আৰু যোৱাবর দহ জন অস্ত্রধারী ডেকাই অব্-চালোমক বেরি ধরি আঘাত করি বধ করিলে। [১৬] পাছে, যোৱাবে শিঙা বজালত, লোকবিলাক ইস্রায়েলর পাছত খেদি যোৱার পরা উভটি আহিল; কিয়নো যোৱাবে লোকবিলাকক রাখিলে। [১৭] পাছে সিবিলাকে অব্চালোমক নমাই আনি, কাঠনির মাজত থকা বড় গাঁতটোত পেলাই তেওঁর ওপরত শিলর এটা বড় দ'ম করিলে; আৰু আটাই ইস্রায়েল আপোন আপোন তাম্বুলৈ পলাই গল। [১৮] রজার উপত্য-কাত যি স্তম্ভ আছে, তাক অব্চালোমে জীয়াই থকা কালত নির্ম্মাণ করাই, আপোনার নিমিত্তে স্থাপন করিছিল; কিয়নো তেওঁ ভাবিছিল, যে, মোর নাম রাখিবলৈ মোর পো নাই; এই নিমিত্তে তেওঁ আপোনার নাম অনুসারে সেই স্তম্ভর নাম রাখিলে; সেয়ে আজিলৈকে অব্-চালোমর স্তম্ভ বুলি প্রখ্যাত আছে।

[১৯] পাছে চাদোকর পুত্র অহীমাচে কলে, যিহোৱাই কি রূপে রজার পক্ষে তেওঁর শত্রু-বোরর প্রতিকার সাধিলে, তার শুভবার্ত্তা রজাক দিবলৈ মোক লরি যাবলৈ দিওক। [২০] কিন্তু যোৱাবে তাক কলে, তুমি আজির বার্ত্তা দিয়া লোক হব নেলাগে, কিন্তু আন দিনাখোনর বার্ত্তা তুমি দিবা; আজি হলে তুমি বার্ত্তা নিদিবা, কারণ রজার কোঁৱর মরিল। [২১] পাছে যোৱাবে কূচীয়াক কলে, তয় যা, যি দেখিলি, তাক রজাক জনাগৈ; তাতে কূচীয়াই যোৱাবক প্রণিপাত করি লর ধরিলে। [২২] পাছে চাদোকর পুত্র অহীমাচে আকৌ যোৱাবক কলে, যি হওক, অনুগ্রহ করি কূচীয়ার পাছত মোকো লরি যাবলৈ দিওক। তাতে যোৱাবে কলে, বোপা, তুমি কিয় লরি যোৱা? তুমি বার্ত্তার বটা নেপাবা। [২৩] সি কলে, যি হওক, মোক লরি যাবলৈ দিওক। তাতে যোৱাবে কলে, লর ধরা।

তেতিয়া অহীমাচে সমথলর বাটেদি লরি লরি গৈ কূচীয়াক পাছ পেলালে।

[24] সেই সময়ত দায়ুদ নগরর দুই দুৱারর মাজত বহি আছিল; তেতিয়া প্রহরীয়ে নগরর দুৱারর ওপর ভাগত গড়র ওপরত উঠি চকু তুলি দেখিলে, এটা মানুহ অকলেই লরি আহিছে। [25] পাছে প্রহরীয়ে রিঙিয়ারি রজাক তাক জনালত, রজাই কলে, সি যদি অকল হয়, তেন্তে তার মুখত বার্ত্তা আছে। সি আহি আহি ওচর চাপিলত, [26] প্রহরীয়ে আরু এজনক লরি অহা দেখি রিঙি মারি দুৱরীটোক কলে, দেখা, আরু এজন অকলেই লরি আহিছে; তাতে রজাই কলে, সিও বার্ত্তা আনিছে। [27] পাছে প্রহরীয়ে কলে, প্রথম মানুহর লর চাদোকর পুত্র অহীমাচর লরর নিচিনা দেখিছোঁ। রজাই কলে, তেওঁ ভাল মানুহ, তেওঁ ভাল সম্বাদ আনিছে। [28] তেতিয়া অহীমাচে রিঙি মারি রজাক কলে, আপোনার মঙ্গল হওক। পাছে সি মাটিত মুখ লগাই রজার আগত প্রণিপাত করি কলে, যি জনাই মোর প্রভু রজার অহিতে হাত তোলা লোকবিলাকক সোধাই দিলে, আপোনার সেই ঈশ্বর যিহোৱা ধন্য। [29] পাছে রজাই সুধিলে, ডেকা পুরুষ অবচালোমর মঙ্গল নে? তাতে অহীমাচে উত্তর করি কলে, যি সময়ত যোৱাবে মহারাজর দাসক, আরু আপোনার দাস মোক পঠালে, তেতিয়া বড় হুরামুরা হোৱা দেখিলোঁ; কিন্তু কি হৈছে, তাক জানিবলৈ নেপালোঁ। [30] রজাই কলে, একোষে গৈ থিয় হোৱা; তাতে সি একোষে গৈ থিয় হল। [31] তেতিয়া দেখা, কূচীয়াই আহি কলে, মোর প্রভু মহারাজলৈ বার্ত্তা আনিছোঁ; কিয়নো আপোনার অহিতে উঠা আটাই মানুহর ওপরত আজি আপোনার পক্ষে যিহোৱাই প্রতিকার সাধিলে। [32] তাতে রজাই কূচীয়াক সুধিলে, ডেকা পুরুষ অবচালোমর মঙ্গল নে? কূচীয়াই কলে, মোর প্রভু মহারাজর শত্রুবোর, আরু আপোনার অনিষ্ট করিবলৈ আপোনার বিরুদ্ধে উঠা আটাইবোর সেই ডেকা পুরুষর নিচিনা হওক। [33] তেতিয়া রজাই অধৈর্য্য হৈ, নগরর দুৱারর ওপরর খোঁটালীলৈ উঠি ক্রন্দন করিবলৈ ধরিলে; আরু ইফালে সিফালে ফুরি কলে, হায়, মোর পুত্র অবচালোম! হায়, মোর পুত্র! হায়, মোর পুত্র অবচালোম! তোমার সলনি ময় মরাই ভাল আছিল! হায়, অবচালোম! হায়, মোর পুত্র! মোর পুত্র!

দায়ুদ উলটি অহা, আরু পুনরায় তেওঁ রাজত্ব পোৱা।

**১৯** পাছে কোনোৱে যোৱাবক কলে, দেখোক, রজাই অবচালোমর নিমিত্তে ক্রন্দন আরু শোক করিছে। [2] সেই দিনর জয় সকলো লোকর পক্ষে শোক হৈ পড়িল; কারণ সেই দিনা লোকবিলাকে, রজাই আপোন পুত্রর বিষয়ে বেজার করিছে বুলি শুনিলে। [3] যুদ্ধর পরা পলাই যোৱা লোকবিলাকে যেনেকৈ লাজ পাই চোরর দরে যায়, তেনেকৈ লোকবিলাক সেই দিনা চোরর নিচিনাকৈ নগরত সোমাল। [4] আরু রজাই আপোনার মুখ ঢাকি, বড় মাতেরে চিঁঞরি কান্দি কলে, হায়, মোর পুত্র অবচালোম! হায়, অবচালোম! হায়, মোর পুত্র! মোর পুত্র! [5] পাছে যোৱাবে ঘরর ভিতরলৈ রজার ওচরলৈ গৈ কলে, যিবিলাকে আপোনার প্রাণ, আপোনার পো-জীবিলাকর প্রাণ, আপোনার ভার্য্যাবিলাকর আরু উপপত্নীবিলাকর প্রাণ রক্ষা করিলে, আপোনার সেই দাসবিলাকর মুখত, আজি আপোনাক ঘিণাওঁতাবোরক আপুনি প্রেম করি, আরু আপোনাক প্রেম করোঁতাবোরক আপুনি ঘিণ করি, লাজ লগালে। [6] কিয়নো আজি আপুনি প্রকাশ করিলে, যে, অধ্যক্ষ আরু দাসবিলাক আপোনার আগত একোৱেই নহয়; কারণ আজি ময় জানিবলৈ পাইছোঁ, যে, যদি অবচালোম জীয়াই থাকিলহেঁতেন, আরু আমি সকলোবিলাক মরিলোঁহেঁতেন, তেন্তে আপুনি ভাল পালেহেঁতেন। [7] এই হেতুকে এতিয়া আপুনি উঠি বাহিরলৈ গৈ, আপোনার দাসবিলাকক সান্ত্বনার কথা কওক; কিয়নো ময় যিহোৱার নামেরে শপথ করি কৈছোঁ, যদি আপুনি বাহিরলৈ নেযায়, তেন্তে এই রাতি আপোনার লগত এজন লোকো নেথাকিব; আরু আপোনার যৌবন কালরে পরা এতিয়ালৈকে আপোনালৈ যিমান অমঙ্গল ঘটিছে, সেই আটাইবোরতকৈ আপোনার এই অমঙ্গল অতি

গুৰুতর হব। [৮] তাতে ৰজা উঠি নগরর দুৱারত বহিল। তেতিয়া, ৰজা নগরর দুৱারত বহি আছে বুলি সকলো লোকক কোৱা গল, আৰু সকলো লোক ৰজার আগলৈ আহিল।

ইয়ার ভিতরতে ইস্রায়েল লোক প্রতিজনে আপোন আপোন তাম্বুলৈ পলাই গল। [৯] পাছে ইস্রায়েলর আটাই ফৈদর মাজত পরস্পরে বিবাদ করি কলে, ৰজাই শত্রুবোরর হাতর পরা আমাক নিস্তার করিছিল, আৰু পলেষ্টীয়াবিলাকর হাতর পরাও আমাক উদ্ধার করিছিল; তেওঁ এতিয়া অব্চালোমর ভয়ত দেশর পরা পলাই গল। [১০] আৰু আমি যি অব্চালোমক আমার ওপরত ৰজা অভিষেক করিছিলোঁ, তেৱোঁ রণত মরিল। এই হেতুকে এতিয়া তোমালোকে ৰজাক ওভোটাই অনার বিষয়ে কিয় এটী কথাও নোকোৱা?

[১১] পাছে দায়ূদ ৰজাই চাদোক আৰু অবিয়াথর পুরোহিতর গুরিলৈ দূত পঠাই কলে, তোমালোকে যিহুদার বৃদ্ধবিলাকক কোৱা, ৰজাক আপোন গৃহলৈ ওভোটাই নিবলৈ, গোটেই ইস্রায়েলর নিবেদন ৰজার গুরিত উপস্থিত হল; এতেকে তেওঁক আপোন গৃহলৈ ওভোটাই নিবলৈ তোমালোক কিয় সকলোত্কৈ পাছ পড়িছাহঁক? [১২] তোমালোকেই মোর ভাই, মোর হাড়রো হাড়, আৰু মঙহরো মঙহ; তেন্তে তোমালোকে ৰজাক ওভোটাই নিবলৈ কিয় সকলোত্কৈ পাছ পড়িছাহঁক? [১৩] আৰু তোমালোকে অমাচাকো কবা, তুমি জানো মোর হাড়রো হাড় আৰু মঙহরো মঙহ নোহোৱা? তুমি যদি মোর সাক্ষাতে চিরকাললৈকে যোৱাবর বাবত প্রধান সেনাপতি নোহোৱা, তেন্তে ঈশ্বরে মোক আমুক তামুক, আৰু তাত্কৈয়ো অধিক দণ্ড দিওক। [১৪] আৰু তেওঁ যিহুদার সকলো লোকবিলাকর মন ঘূরাই এজন লোকর মন যেন করিলে; তাতে সিবিলাকে ৰজালৈ এই কথা কৈ পঠালে, বোলে, আপুনি আৰু আপোনার দাসবিলাক পুনরায় উভটি আহোক; [১৫] তেতিয়া ৰজাই উভটি আহি যৰ্দ্দন পালে। সেই সময়তে যিহুদার লোকবিলাকে ৰজাক যৰ্দ্দন পার করি আগ বঢ়াই আনিবলৈ গিল্গললৈ গল।

[১৬] তেতিয়া দায়ূদ ৰজাক আগ বঢ়াবর অর্থে, বহূরীম-নিবাসী গেরার পুতেক বিন্যামীনীয়া চিমিয়ীয়ে লরাখেদাকৈ যিহুদার লোকবিলাকর লগত গল। [১৭] আৰু তেওঁর লগত বিন্যামীনীয়া এক হাজার লোক, আৰু চৌলর বংশর দাস চীবা আৰু তার লগত পুতেক পোন্ধেরটা, আৰু বন্দী বিশ্টা আছিল; সিহঁতে ৰজার সাক্ষাতে বেগাই যৰ্দ্দনলৈ নামি পার হল। [১৮] তেতিয়া পার করা নাওখন ৰজার পরিয়ালবিলাকক পার করিবর নিমিত্তে, আৰু তেওঁ যি ভাল দেখে, তাকে করিবর কারণে সিপারলৈ নিয়া হৈছিল। আৰু ৰজাই যৰ্দ্দন পার হবর সময়তেই গেরার পুতেক সেই চিমিয়ী ৰজার আগত দীঘল হৈ পড়িল, [১৯] আৰু তেওঁ ৰজাক কলে, মোর প্রভুৱে মোক অপরাধী বুলি গণনা নকরিব; মোর প্রভু মহারাজ যিরূচালেমর পরা ওলাই অহা দিনা আপোনার এই দাসে যি অকর্ম্ম করিছিল, তাক আপুনি সোঁৱরণ করি মনত নেরাখিব। [২০] কিয়নো মর যে পাপ করিলোঁ, তাক আপোনার এই দাসে জানিছে; এই হেতুকে মোর প্রভু মহারাজক আগ বঢ়াই নিবলৈ যোচেফর সকলো বংশর মাজত প্রথমে ময়েই আজি নামি আহিছোঁ। [২১] কিন্তু চরূয়ার পুত্র অবীচয়ে উত্তর দি কলে, সেই নিমিত্তেই জানো চিমিয়ীর প্রাণদণ্ড নহব? কারণ সি যিহোৱার অভিষিক্ত জনক শাও দিছিল। [২২] তাতে দায়ূদে কলে, হে চরূয়ার পুতেকবিলাক, তোমালোকর লগত মোর কি সম্পর্ক আছে, যে আজি তোমালোক মোর বিরুদ্ধকারী হৈছা? আজি ইস্রায়েলর মাজত জানো কোনোর প্রাণদণ্ড হোৱা উচিত? কিয়নো, আজি যে ময় ইস্রায়েলর ওপরত ৰজা হলোঁ, ইয়াক জানো ময় জনা নাই? [২৩] পাছে ৰজাই চিমিয়ীক কলে, তোমার প্রাণদণ্ড নহব; এই বুলি ৰজাই তার আগত শপথ করিলে।

[২৪] পাছে চৌলর নাতিয়েক মফীবোচতে ৰজারে সৈতে সাক্ষাৎ করিবর অর্থে নামি আহিল; ৰজা ওলাই যোৱা দিনারে পরা কুশলে ঘরলৈ উলটি অহা দিনলৈকে তেওঁ আপোনার ভরি ধোৱা নাই, তেওঁর গোঁফ ছটা নাই, আৰু কাপরো ধোৱা নাই। [২৫] তেওঁ যিরূচালেমলৈ ৰজাক দেখা করিবলৈ আহিলত, ৰজাই তেওঁক কলে, হে মফীবোচৎ, তুমি মোর লগত কিয়

নগলা? ২৬ তাতে তেওঁ উত্তৰ কৰি কলে, হে মোৰ প্ৰভু মহাৰাজ, মোৰ দাসে মোক প্ৰবঞ্চনা কৰিলে; কাৰণ আপোনাৰ এই দাসে কৈছিল, ময় গাধ সজোৱাই তাৰ ওপৰত উঠি, মহাৰাজৰ লগত যাম; কিয়নো আপোনাৰ এই দাস খোৰা। ২৭ সি মোৰ প্ৰভু মহাৰাজৰ আগত, আপোনাৰ এই দাসৰ বদ্‌নাম কৰিলে; কিন্তু মোৰ প্ৰভু মহাৰাজ ঈশ্বৰৰ দূতৰ তুল্য; এতেকে আপোনাৰ দৃষ্টিত যিহকে ভাল দেখে, আপুনি তাকে কৰোক। ২৮ কিয়নো মোৰ প্ৰভু মহাৰাজৰ সাক্ষাতে মোৰ সকলো পিতৃ-বংশ কেৱল মৃত্যুৰ যোগ্য আছিল, তথাপি আপুনি আপোনাৰ মেজত ভোজন কৰোঁতাবিলাকৰ মাজত আপোনাৰ এই দাসক বহুৱালা; এই হেতুকে ৰজাৰ আগত আৰু কাতৰোক্তি কৰিবলৈ মোৰ কি অধিকাৰ আছে? ২৯ তাতে ৰজাই তেওঁক কলে, তুমি এতিয়াও আপোনাৰ কথা আৰু কিয় কৈ আছা? ময় কৈছোঁ, তুমি আৰু চীবা, দুয়ো সেই মাটি ভাগ বাঁটি লোৱা। ৩০ তেতিয়া মফীবোচতে ৰজাক কলে, সি সকলোকে লওক; কাৰণ মোৰ প্ৰভু মহাৰাজ কুশলে আপোন গৃহলৈ উলটি আহিল।

৩১ পাছে গিলিয়দীয়া বৰ্জিল্লয়ে ৰোগেলীমৰ পৰা আহি, যৰ্দ্দনৰ সিপাৰে আগ বঢ়াই থবলৈ ৰজাৰ লগত যৰ্দ্দন পাৰ হল। ৩২ সেই বৰ্জিল্লয় অতি বুঢ়া, আশী বছৰ বয়সীয়া, আৰু ৰজা মহনয়িমত থকা কালত তেওঁ ৰজাক আহাৰ যোগাইছিল; কাৰণ তেওঁ অতিশয় বড় লোক আছিল। ৩৩ পাছে ৰজাই বৰ্জিল্লয়ক কলে, তুমি মোৰ লগত পাৰ হৈ আহাঁ, ময় তোমাক যিৰূচালেমত মোৰ লগত প্ৰতিপালন কৰিম। ৩৪ কিন্তু বৰ্জিল্লয়ে ৰজাক কলে, মোৰ আয়ুসৰ আৰু কিমান দিন আছে, যে, ময় মহাৰাজৰ লগত যিৰূচালেমলৈ উঠি যাম? ৩৫ এতিয়া মোৰ আশী বছৰ বয়স; ময় ভাল-বেয়া ভেদ কৰিব জানো পাৰোঁ? বা যি ভোজন কৰোঁ, আৰু যি পান কৰোঁ, আপোনাৰ দাস ময় জানো তাৰ কিবা সোৱাদ বুজিব পাৰোঁ? বা এতিয়াও গায়ক আৰু গায়িকাবিলাকৰ গানৰ স্বৰ শুনিবলৈ জানো পাওঁ? এনে স্থলত আপোনাৰ দাস ময় মোৰ প্ৰভু মহাৰাজৰ কিয় ভাৰ হওঁ? ৩৬ আপোনাৰ দাস ময় কেৱল মহাৰাজক যৰ্দ্দন পাৰ কৰি থৈ আহিম; তেন্তে ৰজাই ইয়াৰ সলনি কেলেই এনে অনুগ্ৰহ কৰিব লাগিছে? ৩৭ কিন্তু মিনতি কৰোঁ, আপোনাৰ এই দাসক উলটি যাবলৈ দিওক, ময় আপোন নগৰত আপোন পিতৃ-মাতৃৰ মৈদামৰ ওচৰত মৰিম। কিন্তু দেখোক, এইয়া আপোনাৰ দাস কিম্‌হম; ইয়াক মোৰ প্ৰভু মহাৰাজৰ লগত পাৰ হৈ যাবলৈ দিওক, আৰু আপোনাৰ দৃষ্টিত যিহকে ভাল দেখে, আপুনি ইয়ালৈ তাকেই কৰোক। ৩৮ ৰজাই উত্তৰ কৰিলে, কিম্‌হম মোৰ লগত পাৰ হৈ যাব; তুমি যিহকে ভাল দেখা, ময় ইয়ালৈ তাকে কৰিম, আৰু তুমি মোক যি কৰিবলৈ কোৱা, ময় তোমালৈ চাই তাকেই কৰিম। ৩৯ পাছে সকলো মানুহে যৰ্দ্দন পাৰ হল, আৰু ৰজায়ো পাৰ হল; পাছে ৰজাই বৰ্জিল্লয়ক চুমা খাই বিদায় দিলে, আৰু তেওঁ আপোন ঠাইলৈ উলটি গল।

ইস্ৰায়েলৰ মাজত বিবাদ, আৰু চেবাৰ বিদ্ৰোহ।

৪০ এই ৰূপে ৰজাই পাৰ হৈ গিল্‌গললৈ গল; কিম্‌হমেও তেওঁৰ লগত পাৰ হৈ গল; আৰু যিহূদাৰ সকলো লোকে, আৰু ইস্ৰায়েলৰ অৰ্দ্ধেক লোকে ৰজাক পাৰ কৰি নিলে। ৪১ পাছে দেখা, ইস্ৰায়েলৰ সকলো লোকে ৰজাৰ ওচৰলৈ আহি ৰজাক কলে, আমাৰ ভাই যিহূদাৰ লোকবিলাকে আপোনাক চুৰ কৰি, মহাৰাজক, আপোনাৰ পৰিয়ালক, আৰু দায়ূদৰ লগত তেওঁৰ সকলো লোকক যৰ্দ্দন পাৰ কৰি কিয় আনিলে? ৪২ তাতে যিহূদাৰ সকলো লোকে ইস্ৰায়েল লোকবিলাকক উত্তৰ দি কলে, ৰজা আমাৰ ওচৰ-সম্বন্ধীয়া; তেন্তে এই কথাতে তোমালোকৰ কিয় খং উঠিছে? আমি জানো ৰজাৰ কিবা খাইছোঁ? নাইবা তেওঁ জানো আমাক কিবা ভেঁটি দিছে? ৪৩ পাছে ইস্ৰায়েল লোকবিলাকে যিহূদাৰ লোকবিলাকক উত্তৰ দি কলে, ৰজাত আমাৰ দহ ভাগ অধিকাৰ আছে, আৰু দায়ূদত তোমালোকতকৈ আমাৰো অধিক স্বত্ব আছে; এই হেতুকে আমাক কিয় হেয়জ্ঞান কৰিলাহঁক? আৰু আমাৰ ৰজাক ওভোটাই আনিবৰ কথা জানো প্ৰথমে আমি কোৱা নাই? তেতিয়া ইস্ৰায়েল লোকবিলাকৰ কথাতকৈ যিহূদাৰ লোকবিলাকৰ কথা টান হৈ উঠিল।

২০ সেই সময়ত সেই ঠাইতে বিন্যামীনীয়া বিগ্রীর পুতেক চেবা নামেরে এটা পাষণ্ড মানুহ আছিল; সি শিঙ্গা বজাই কলে, দায়ূদত আমার কোনো ভাগ নাই, আরু যিচয়র পুতেকত আমার অধিকার নাই; হে ইস্রায়েল, তোমালোক প্রতি-জন আপোন আপোন তাম্বুলৈ গুচি যোৱা। [২]তাতে ইস্রায়েলর আটাই লোক দায়ূদর পাছর পরা উভটি, বিগ্রীর পুতেক সেই চেবার পাছত যাওঁতা হল; কিন্তু যর্দ্দনর পরা যিরূচালেমলৈকে যিহূদার লোকবিলাক আপোন রজাত আসক্ত হৈ থাকিল।

[৩]পাছে দায়ূদ যিরূচালেমলৈ আপোনার ঘরলৈ আহিল; আরু রজাই ঘর রাখিবর অর্থে আপোনার যি দহ জনী উপপত্নী থৈ গৈছিল, সিহঁতক আনি বন্ধ করি প্রতিপালন করিলে, কিন্তু সিহঁতত গমন নকরিলে। এই রূপে সিহঁত বিধবা অৱস্থাত মরণ কাললৈকে বন্ধ হৈ থাকিল।

[৪]পাছে রজাই অমাচাক কলে, তুমি তিন দিনর ভিতরত যিহূদার লোকবিলাকক মতাই মোর ওচরত গোট খুৱাবা, আরু তুমিও ইয়াত উপস্থিত হবা। [৫]তাতে অমাচাই যিহূদার লোকবিলাকক মতাই গোট খুৱাবলৈ গল; কিন্তু নিরূপিত কালতকৈ তেওঁর অধিক পলম হল। [৬]তেতিয়া দায়ূদে অবীচয়ক কলে, এতিয়া বিগ্রীর পুতেক চেবাই অব্চালোমতকৈ আমার অধিক অনিষ্ট করিব; তুমি আপোন প্রভুর দাসবিলাকক লৈ তার পাছে পাছে খেদি যোৱা; নহলে সি গড়েরে আবৃত হোৱা কোনো কোনো নগর পাই আমার চকুর আগর পরা সারিব। [৭]তাতে যোৱাবর লোকবিলাক, করেথীয়া আরু পলেথীয়া লোক, আরু সকলো বীরপুরুষ তেওঁর পাছে পাছে ওলাই গল; বিগ্রীর পুতেক চেবার পাছে পাছে খেদি যাবর নিমিত্তে সিবিলাক যিরূচালেমর পরা বাহিরলৈ গল। [৮]পাছে সিবিলাকে গিবিয়োনত থকা মহা-শিল্টোর ওচর পালত, অমাচা আহি সিবিলাকর আগত উপস্থিত হল; তেতিয়া যোৱাবর কঁকালত রণর সাজ বন্ধা আছিল, আরু তার ওপরত আপোনার কঁকালত বন্ধা ফাকত থকা তরোৱালে সৈতে এগছ টঙালি আছিল; পাছে তেওঁ আগ বাঢ়ি যাওঁতে, সেয়ে মাটিত পড়িল। [৯]আরু যোৱাবে অমাচাক কলে, হে মোর ভাই, তুমি মঙ্গলে আছা নে? এই বুলি যোৱাবে তেওঁক চুমা খাবলৈ সোঁ হাতেরে অমাচার ডাড়িত ধরিলে। [১০]কিন্তু অমাচাই যোৱাবর হাতত থকা তরোৱাললৈ মন নকরিলে; তাতে যোৱাবে তারে তেওঁর পেটত খোঁচ মারি মাটিত তেওঁর নাড়ী-ভুঁরু উলিয়াই পেলালে, পুনরায় আরু তেওঁক নেমারিলে; তাতে তেওঁ মরিল। পাছে যোৱাব আরু তেওঁর ভায়েক অবীচয় বিগ্রীর পুতেক চেবার পাছে পাছে খেদি গল। [১১]মরা শবর ওচরত যোৱাবর এটা ডেকাই থিয় হৈ কলে, যি জনে যোৱাবক ভাল পায়, আরু দায়ূদর ফলীয়া হয়, সি যোৱাবর পাছত যাওক। [১২]তেতিয়াৈলেকে অমাচা রাজবাটর মাজত আপোনার তেজত লেটিপেটি হৈ পড়ি আছিল; আরু সেই মানুহটোৱে আটাই লোকক রৈ থকা দেখি, অমাচাক বাটর পরা পথারলৈ আঁতরাই নি, তার ওপরত এখন কাপর পেলাই দিলে; তার ওচরেদি যোৱা আটাই মানুহ থিয় হৈ রৈ থকা দেখিয়েই সি তাকে করিলে। [১৩]তেতিয়া, অমাচাক রাজবাটর পরা নিয়া হলত, আটাই লোক বিগ্রীর পুতেক চেবার পাছে পাছে খেদি যাবর নিমিত্তে যোৱাবর পাছত গল। [১৪]পাছে তেওঁ ইস্রায়েলর সকলো ফৈদর মাজেদি আবেল আরু বৈৎমাখালৈকে, আরু আটাই বেরীয়া-বিলাকর অঞ্চললৈকে গল; আরু সিবিলাকেও গোট খাই তেওঁর পাছত গল। [১৫]পাছে সিবিলাকে আহি আবেল-বৈৎ-মাখাত তাক বেরি ধরিলে, আরু নগরর বিরুদ্ধে এক হাদাম বান্ধিলে; আরু সেই হাদাম গড়র সমানে বন্ধা হলত, যোৱাবর লগর আটাই লোকে গড় ভাঙ্গিবলৈ চেষ্টা করিলে। [১৬]তেতিয়া নগরর ভিতরর পরা এজনী বুদ্ধিমতী তিরুতাই রিঙি মারি কলে, শুনাহঁক, শুনাহঁক, অনুগ্রহ করি যোৱাবক এই ঠাইলৈ আহিবলৈ কোৱা, ময় তেওঁর লগত কথা হম। [১৭]পাছে যোৱাব তাইর ওচরলৈ গলত, তাই সুধিলে, আপুনি যোৱাব হয় নে? তেওঁ উত্তর করিলে, হয়, ময় হওঁ। তাতে তিরুতা জনীয়ে কলে, আপোনার বেটীর কথা শুনোক। তেওঁ কলে, বারু কোৱা।

[১৮] তেতিয়া সেই তিৰুতাই কলে, পূৰ্ব্বকালত লোকবিলাকে এই কথা কয়, বোলে, সিবিলাকে আবেলীয়াইঁতক সুধিবই সুধিব; পাছে সেই ৰূপেই কাৰ্য্য সিদ্ধ হৈছিল। [১৯] ময় ইস্ৰায়েলৰ মাজত নিৰ্ব্বিৰোধী আৰু বিশ্বাসী; আপুনি ইস্ৰায়েলৰ মাতৃস্বৰূপ এখন নগৰ নষ্ট কৰিবলৈ কাৰ্ব্বাৰ কৰিছে; আপুনি কিয় যিহোৱাৰ আধিপত্য গ্ৰাস কৰিব? [২০] তাতে যোৱাবে উত্তৰ দি কলে, গ্ৰাস কৰা বা বিনষ্ট কৰা দূৰে থাকোক, মোৰ পৰা দূৰে থাকোক। [২১] সেই কথা নহয়, কিন্তু বিক্ৰীৰ পুতেক চেবা নামেৰে এটা ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলৰ মানুহে দায়ূদ ৰজাৰ বিৰুদ্ধে হাত দাঙিছে; তোমালোকে অকল তাকে সমৰ্পণ কৰি দিয়া; তাতে ময় নগৰখনৰ পৰা গুচি যাম। তেতিয়া সেই তিৰুতাই যোৱাবক কলে, দেখোক, গড়ৰ ওপৰেদি তাৰ মূৰ আপোনালৈ পেলাই দিয়া যাব। [২২] পাছে সেই তিৰুতাই লোকবিলাকৰ ওচৰলৈ গৈ বুদ্ধি দিলত, লোকবিলাকে বিক্ৰীৰ পুতেক চেবাৰ মূৰ কাটি যোৱাবৰ ওচৰলৈ বাহিৰলৈ পেলাই দিলে। তাতে তেওঁ শিঙ্গা বজালত, লোকবিলাক নগৰৰ পৰা ছিন্নভিন্ন হৈ আপোন আপোন তাম্বুলৈ গুচি আহিল, আৰু যোৱাব যিৰূচালেমলৈ ৰজাৰ ওচৰলৈ উভটি আহিল।

[২৩] সেই সময়ত যোৱাব ইস্ৰায়েলৰ প্ৰধান সেনাপতি আছিল; যিহোয়াদাৰ পুত্ৰ বনায়া কৰেথীয়া আৰু পলেথীয়াবিলাকৰ ওপৰত অধ্যক্ষ আছিল; [২৪] অদোৰাম বন্দীকাম কৰি দিব লগীয়াবিলাকৰ অধ্যক্ষ আছিল; অহীলূদৰ পুত্ৰ যিহোচাফট ইতিহাসলিখক আছিল; [২৫] আৰু চেয়া ৰাজলিখক, চাদোক আৰু অবিয়াথৰ পুৰোহিত আছিল; [২৬] আৰু যায়ীৰীয়া ঈৰাও দায়ূদৰ মন্ত্ৰী আছিল।

তিনি বছৰ আকাল হোৱা। নানা বীৰ-কাৰ্য্য।

**২১** দায়ূদৰ ৰাজত্বৰ কালত ক্ৰমান্বয়ে তিনি বছৰলৈকে আকাল হল; তাতে দায়ূদে যিহোৱাৰ গুৰিত সুধিলত, যিহোৱাই উত্তৰ দি কলে, চৌল আৰু তেওঁৰ ৰক্তপাতী বংশৰ কাৰণে এয়ে হৈছে, কিয়নো তেওঁ গিবিয়োনীয়া লোকবিলাকক বধ কৰিলে। [২] তেতিয়া ৰজাই গিবিয়োনীয়াবিলাকক মতাই নি কলে; (এই গিবিয়োনীয়াবিলাক ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ নহয়, কিন্তু ইমোৰীয়াবিলাকৰ অৱশিষ্ট থকা ভাগৰ লোক; আৰু ইস্ৰায়েলৰ সন্তানবিলাকে ইহঁতৰ পক্ষে শপথ কৰাতো চৌলে ইস্ৰায়েলৰ সন্তানবিলাকৰ আৰু যিহূদাৰ পক্ষে উদ্যোগী হৈ ইহঁতক বধ কৰিবলৈ চেষ্টা কৰিছিল।) [৩] দায়ূদে গিবিয়োনীয়াবিলাকক কলে, ময় তোমালোকৰ নিমিত্তে কি কৰিম? তোমালোকে যিহতে যিহোৱাৰ আধিপত্যক আশীৰ্ব্বাদ কৰিবা, তাৰ নিমিত্তে ময় কি দি প্ৰায়শ্চিত্ত কৰিম? [৪] তাতে গিবিয়োনীয়াবিলাকে তেওঁক কলে, চৌল কি তেওঁৰ বংশই সৈতে আমাৰ ৰূপ কি সোণৰ বিষয়ে বিবাদ নাই, আৰু ইস্ৰায়েলৰ মাজত কোনো মানুহক বধ কৰা আমাৰ কাম নহয়। পাছে তেওঁ কলে, তেন্তে তোমালোকে যি কোৱা, ময় তোমালোকৰ নিমিত্তে তাকে কৰিম। [৫] তাতে সিহঁতে ৰজাক কলে, যি মানুহে আমাক সংহাৰ কৰিছিল, আৰু আমি বিনষ্ট হৈ ইস্ৰায়েলৰ সীমাৰ মাজৰ কোনো প্ৰদেশত অৱশিষ্ট নেথাকিবৰ নিমিত্তে আমাৰ বিৰুদ্ধে কুমন্ত্ৰণা কৰিছিল, [৬] সেই মানুহৰ পুতেকহঁতৰ মাজৰ সাত জনক আমাৰ হাতত সমৰ্পণ কৰি দিয়া হওক; আমি যিহোৱাৰ মনোনীত লোক চৌলৰ গিবিয়াত যিহোৱাৰ উদ্দেশে সিহঁতক আৰি থম। তাতে ৰজাই কলে, ময় সিহঁতক দিম। [৭] তথাপি, দায়ূদৰ আৰু চৌলৰ পুত্ৰ যোনাথনৰ মাজত যিহোৱাৰ নামেৰে কৰা শপথৰ কাৰণে, ৰজাই চৌলৰ নাতিয়েক যোনাথনৰ পুত্ৰ মফীবোচতক দয়া কৰি ৰক্ষা কৰিলে। [৮] কিন্তু অয়াৰ জীয়েক ৰিস্পাই চৌলৰ ঔৰসত অৰ্মোণী আৰু মফীবোচৎ নামেৰে যি দুটা পুতেক জন্মাইছিল, আৰু মহোলাতীয়া বৰ্জিল্লয়ৰ পুতেক অদ্ৰীয়েলৰ ঔৰসত চৌলৰ জীয়েক মীখলে যি পাঁচোটা পুতেক জন্মাইছিল, [৯] সিহঁতকে ৰজাই লৈ, গিবিয়োনীয়াবিলাকৰ হাতত সোধাই দিলে; তাতে সিহঁতে পৰ্ব্বতত যিহোৱাৰ সম্মুখত সিহঁতক আৰি থলে; সেই সাত জন একে সময়তে মৰা পৰিল; শস্য দাবৰ কালত, অৰ্থাৎ যব ধান দাবলৈ আৰম্ভ কৰা কালতে সিহঁতক বধ কৰা হল। [১০] পাছে অয়াৰ জীয়েক ৰিস্পাই চট

ক্ষাপর লৈ, শস্য দোৱার আরম্ভনরে পরা সিহঁতর ওপরত আকাশর পরা বরষুণ নপড়ালৈকে শিলর ওপরত অপোনার নিমিত্তে সেই চটখন পারিলে ; আরু দিনত আকাশর চরাইবোরক সিহঁতর ওপরত পড়িব নিদিলে, আরু রাতি বনরীয়া জন্তুক ওচরলৈ আহিব নিদিলে। [১১] পাছে চৌলর উপপত্নী অয়ার জীয়েক রিস্পাই যি কার্য্য করিছিল, তাক দায়ূদক জনোবা গল। [১২] তাতে, পলেষ্টীয়াবিলাকে গিল্‌বোৱাত চৌলক বধ করা দিনা চৌল আরু তেওঁর পুত্র যোনাথনক আরি থোৱা বৈৎ-চানর চকর পরা তেওঁবিলাকর হাড় চুর করি অনা যাবেচ-গিলিয়দর গৃহস্থবিলাকর হাতর পরা দায়ূদে সেইবোর ললেগৈ ; [১৩] আরু তেওঁ সেই ঠাইর পরা চৌলর আরু তেওঁর পুত্র যোনাথনর হাড়বোর আনিলে, আরু সেই আরি থোৱাবিলাকরো হাড়বোর গোটোৱা হল। [১৪] পাছে চৌলর আরু তেওঁর পুত্র যোনাথনর হাড়বোর বিন্যামীন দেশর চেলাত চৌলর বাপেক কীচর মৈদামত থোৱা হল, আরু রজার আজ্ঞার দরে সকলো কার্য্য করা হল। তার পাছে ঈশ্বরে দেশর নিমিত্তে প্রার্থনা গ্রহণ করিলে।

[১৫] আরু এবার পলেষ্টীয়াবিলাকর লগত ইস্রায়েলর রণ লাগিলত, দায়ূদে আপোনার দাসবিলাকে সৈতে নামি গৈ পলেষ্টীয়াবিলাকে সৈতে যুদ্ধ করিলে ; তাতে দায়ূদ ক্লান্ত হল। [১৬] এনে সময়ত, তিনি শ চেকল জোখর পিত্তলর বড়শা ধরা আরু নতুন তরোৱালেরে সাজু হোৱা যিচ্‌বী-বনোব নামেরে রফার এজন সন্তানে দায়ূদক বধ করিবলৈ মন করিছিল। [১৭] কিন্তু চরূয়ার পুত্র অবীচয়ে তেওঁর সহায় হৈ পলেষ্টীয়াটোক আঘাত করি তাক বধ করিলে। তেতিয়া দায়ূদর লোকবিলাকে তেওঁর আগত শপথ করি কলে, ইস্রায়েলর প্রদীপ নুনুমাবর নিমিত্তে আপুনি আমার লগত আরু যুদ্ধলৈ নেযাব।

[১৮] তার পাছে আরু এবার গোবত পলেষ্টীয়াবিলাকর লগত রণ লাগিল ; সেই সময়ত হুচাতীয়া চিব্বকয়ে চফ নামেরে রফার এজন সন্তানক বধ করিলে। [১৯] পুনরায় পলেষ্টীয়াবিলাকে সৈতে গোবত রণ লাগিলত, যারে-ওরগীমর পুত্র বৈৎলেহমীয়া ইল্‌হাননে গাতীয়া গলিয়াথক বধ করিলে ; তার বড়শার কুরা টোলোঠার সমান আছিল। [২০] আরু এবার গাতত রণ লাগিল ; তাত অতি দীর্ঘকায় আরু প্রত্যেক হাতে-ভরিয়ে ছটা ছটা আঙুলি সর্ব্বমোট চব্বিশটা আঙুলি থকা রফার এজন সন্তান আছিল। [২১] সি ইস্রায়েলক ইতিকিং করিলত, দায়ূদর ককায়েক চিমিয়ীর পুত্র যোনাথনে তাক বধ করিলে। [২২] এই চারি জন রফার ঔরসত গাতত জন্মা লোক ; ইহঁত দায়ূদ আরু তেওঁর দাসবিলাকর হাতত মরা পড়িল।

দায়ূদর জয়গীত।

**২২** যি কালত যিহোৱাই দায়ূদক চৌল আদি সকলো শত্রুর হাতর পরা উদ্ধার করিলে, সেই কালত তেওঁ যিহোৱার উদ্দেশে এই গীতর কথা কলে ; [২] তেওঁ কলে,

যিহোৱা মোর শিলা, মোর কোঁঠ, আরু
মোর উদ্ধারকর্ত্তা।
[৩] তেওঁ মোর দুর্গস্বরূপ ঈশ্বর ;ময় তেওঁতে
আশ্রয় লৈছোঁ।
তেওঁ মোর ঢাল, মোর ত্রাণর শিঙ্গ, মোর
উচ্চ দুর্গ, আরু আশ্রয়স্থান।
তুমি মোর ত্রাণকর্ত্তা ; তুমি মোক উপদ্রবর
পরা নিস্তার করোঁতা।
[৪] প্রশংসার যোগ্য যি যিহোৱা,ময় তেওঁর
আগত প্রার্থনা করোঁ ;
তাতে মোর শত্রুবোরর পরা ময় উদ্ধার পাওঁ।
[৫] কিয়নো মৃত্যুর ঢৌৱে মোক বেরি ধরিছিল,
আরু অধর্ম্মরূপ ঢল পানীয়ে মোক ভয়
লগাইছিল।
[৬] চিয়োলর জরীয়ে মোক আগুরিছিল,
আরু মৃত্যুপাশে মোক মেরাই ধরিছিল।
[৭] ময় সঙ্কটর কালত যিহোৱার আগত প্রার্থনা
করিলোঁ,
আরু মোর ঈশ্বরর আগত কাতরোক্তি
করিলোঁ ;
তাতে তেওঁ আপোন মন্দিরর পরা মোর
মাত শুনিলে,
তেওঁর সম্মুখত করা মোর কাতরোক্তি তেওঁর
কাণত পড়িল।
[৮] তেতিয়া পৃথিবী কঁপিল, জোকার খালে,

আৰু পৰ্ব্বতবোৰৰ মূলবোৰ জোকাৰ খাই লৰিল ;
কিয়নো তওঁৰ ক্ৰোধ জ্বলি উঠিল।
[9] তেওঁৰ নাকৰ পৰা ধূঁৱা ওলাই ওপৰলৈ গল,
তেওঁৰ মুখৰ পৰা ওলোৱা অগ্নিয়ে গ্ৰাস কৰিলে ;
তাৰ পৰা জ্বলি থকা আঙ্গঠা ওলাই জ্বলি থাকিল।
[10] তেতিয়া তেওঁ আকাশক দোঁৱাই নামিল ;
তেওঁৰ চৰণৰ তলত ঘোৰ অন্ধকাৰ আছিল।
[11] তেওঁ কৰূবত উঠি আহিল,
এনে কি, বায়ুৰূপ ডেউকাৰে উড়া মাৰি আহি দৰ্শন দিলে।
[12] তেওঁ অন্ধকাৰক আপোনাৰ চাৰিওফালৰ আবাস কৰিলে ;
তেওঁ জলৰাশিক, আৰু আকাশখনৰ ডাঠ মেঘসমূহক তাম্বুৰূপে স্থাপন কৰিলে।
[13] তেওঁৰ সম্মুখত থকা দীপ্তিৰ পৰা জ্বলন্ত আঙ্গঠা ওলাই ওলাই পড়িল।
[14] যিহোৱাই আকাশৰ পৰা গৰ্জ্জন কৰিলে ;
সৰ্ব্বোপৰি জনাই আপোনাৰ মাত শুনালে।
[15] তেওঁ বাণ মাৰি সিহঁতক গোট গোট কৰিলে, আৰু বজ্ৰ মাৰি সিহঁতক ব্যাকুল কৰিলে।
[16] যিহোৱাৰ ভৰ্ৎসনাত আৰু তেওঁৰ নাকৰ নিশ্বাস-প্ৰশ্বাস বায়ুত,
সমুদ্ৰৰ তলি দেখা গল, আৰু পৃথিবীৰ মূল-বোৰ অনাবৃত হল।
[17] তেওঁ ওপৰৰ পৰা হাত মেলি মোক ললে,
তেওঁ মহা-জলসমূহৰ পৰা মোক তুলি আনিলে ;
[18] তেওঁ মোৰ বলৱন্ত শত্ৰুৰ পৰা মোক নিস্তাৰ কৰিলে,
মোৰ বৈৰীবোৰৰ পৰা উদ্ধাৰ কৰিলে ;
কিয়নো সিহঁত মোতকৈ অতি বলৱন্ত আছিল।
[19] মোৰ বিপদৰ কালত সিহঁতে মোক আক্ৰমণ কৰিছিল ;
কিন্তু যিহোৱা মোৰ উপকাৰক হল।
[20] তেওঁ মোক বহল ঠাইলৈ উলিয়াই আনিলে ;
তেওঁ মোক উদ্ধাৰ কৰিলে, কিয়নো তেওঁ মোত সন্তোষ পালে।
[21] যিহোৱাই মোৰ ধাৰ্ম্মিকতা অনুসাৰে মোক পুৰস্কাৰ দিলে,
মোৰ সোঁ হাতৰ শুদ্ধতাৰ দৰে মোক ফল দিলে।
[22] কিয়নো মই যিহোৱাৰ পথত চলিলোঁ,
কুকৰ্ম্ম কৰি মোৰ ঈশ্বৰক এৰা নাই ;
[23] কাৰণ তেওঁৰ সকলো শাসন মোৰ সম্মুখত আছে,
মই তেওঁৰ বিধিবোৰ মোৰ পৰা দূৰ কৰা নাই ;
[24] তেওঁৰ দৃষ্টিত মই সিদ্ধও আছিলোঁ,
আৰু নিজ অপৰাধৰ পৰা মই নিজকে আঁতৰে ৰাখিলোঁ।
[25] এই হেতুকে যিহোৱাই মোৰ ধাৰ্ম্মিকতা অনুসাৰে মোক ফল দিলে,
তেওঁৰ চকুৰ আগত থকা মোৰ হাতৰ শুদ্ধতাৰ দৰেই মোক ফল দিলে।
[26] তুমি দয়ালু জনলৈ দয়া ব্যৱহাৰ কৰোঁতা,
সৰল জনলৈ সৰল ব্যৱহাৰ কৰোঁতা ;
[27] তুমি শুচি লোকলৈ শুচি ব্যৱহাৰ কৰোঁতা,
আৰু খলুৱা লোকলৈ চতুৰ ব্যৱহাৰ কৰোঁতা
[28] তুমি দুঃখ পোৱা লোকক পৰিত্ৰাণ দিওঁতা,
কিন্তু গৰ্ব্বী চকুক তল কৰোঁতা।
[29] কিয়নো হে যিহোৱা, তুমি মোৰ প্ৰদীপ ;
আৰু যিহোৱাই মোৰ অন্ধকাৰক পোহৰ কৰি দিয়ে ;
[30] কিয়নো তোমাৰ সহায়ত মই সৈন্যদলৰ বিৰুদ্ধে খেদি যাওঁ ;
আৰু মোৰ ঈশ্বৰৰ সহায়ত মই জাপ মাৰি গড় পাৰ হওঁ।
[31] ঈশ্বৰৰ পথ হলে সিদ্ধ ;
যিহোৱাৰ বাক্য নিৰ্ভাজ ;
তেওঁ আপোনাত আশ্ৰয় লোৱা লোকৰ ঢালস্বৰূপ।
[32] কিয়নো যিহোৱাৰ বাহিৰে কোন ঈশ্বৰ আছে ?
আমাৰ ঈশ্বৰত বাজে আৰু কোন শিলা আছে ?
[33] সেই ঈশ্বৰ মোৰ দৃঢ় কোঁঠ ;

তেওঁ নিজ লোকক আপোন পথত চলায়।
[৩৪] তেওঁ মোর ভরি হরিণীর ঠেঙর সদৃশ করে ;
আরু মোর ওখ ঠাইত তেওঁ মোক থিয় করায়।
[৩৫] তেওঁ মোর হাতক রণ করিবলৈ শিক্ষা দিয়ে ;
তাতে মোর বাহুৱে পিত্তলর ধনুকো ভিরায় ;
[৩৬] তুমি আপোন পরিত্রাণরূপ ঢাল মোক দিলা ;
তোমার মৃদুতাই মোক মহান করিলে।
[৩৭] তুমি মোর ভরির তলর ঠাই বহল করিলা ;
তাতে মোর ভরি পিচলি নগল।
[৩৮]ময় মোর শত্রুবোরর পাছত খেদি গৈ সিহঁতক বিনষ্ট করিলোঁ ;
সিহঁত বিনষ্ট নহলমানে ময় উভটি নাহিলোঁ।
[৩৯] ময় সিহঁতক সংহার করি এনেকৈ গুড়ি করিলোঁ, যে, সিহঁতে উঠিব নোৱারিলে ;
এনে কি, সিহঁত মোর ভরির তলত পতিত হল।
[৪০] কিয়নো যুদ্ধ করিবর অর্থে তুমি মোক বলরূপ কটিবন্ধন দিলা ;
তুমি মোর বিরুদ্ধে উঠাবোরক মোর তলতীয়া করিলা।
[৪১] তুমি মোর শত্রুবোরক মোলৈ পিঠি দিয়ালা ;
তাতে মোক ঘিণ করোঁতাবোরক ময় সংহার করিলোঁ।
[৪২] সিহঁতে চালে, কিন্তু পরিত্রাণ করোঁতা কোনো নাছিল ;
সিহঁতে যিহোৱালৈ চালে, কিন্তু তেওঁ সিহঁতক উত্তর নিদিলে।
[৪৩] তাতে পৃথিবীর ধূলির নিচিনাকৈ ময় সিহঁতক গুড়ি করিলোঁ ;
আরু বাটর বোকার দরে ময় সিহঁতক গচকিলোঁ, আরু মর্দ্দন করিলোঁ।
[৪৪] তুমি মোর লোকবিলাকর বিবাদর পরা মোক রক্ষা করিলা ;
তুমি মোক জাতিবিলাকর অধিপতি হবলৈ রাখিলা ;
মোর অপরিচিত এক জাতি মোর দাস হল।
[৪৫] পরজাতিবিলাক মোর বশীভূত হল,
শুনামাত্রকে সিহঁতে মোর আজ্ঞা পালন করিলে।
[৪৬] পরজাতিবিলাক নিরুৎসাহী হৈ,
আপোন আপোন দুর্গর পরা কঁপি কঁপি ওলাই আহিল।
[৪৭] যিহোৱা জীৱন্ত ; মোর শিলা ধন্য হওক,
মোর পরিত্রাণর শিলাস্বরূপ ঈশ্বর গৌরৱান্বিত হওক।
[৪৮] যি জনাই মোর হৈ প্রতিকার সাধে,
আরু জাতিবিলাকক মোর ভরির তলত চাপর করে,
[৪৯] আরু মোর শত্রুবোরর মাজর পরা মোক উলিয়াই আনে, সেই ঈশ্বর গৌরৱান্বিত হওক ;
এনে কি, তুমি মোর বিরুদ্ধে উঠাবোরর ওপরত মোক তোলা,
আরু উপদ্রৱকারীবোরর পরাও মোক উদ্ধার করা।
[৫০] এই হেতুকে, হে যিহোৱা, ময় জাতিবিলাকর মাজত তোমার ধন্যবাদ করিম,
আরু তোমার নামর উদ্দেশে প্রশংসার গান করিম।
[৫১] তেওঁ আপোন রজাক মহাপরিত্রাণ দিয়ে,
তেওঁ আপোনার অভিষিক্ত জনক দয়া করে ;
সদাকাললৈকে দায়ূদ আরু তেওঁর বংশক দয়া করিব।

দায়ূদর শেষবাক্য। তেওঁর বীরবিলাকর তালিকা।

২৩ এয়ে দায়ূদর অন্তিম কালর কথা।
যিচয়র পুত্র দায়ূদর বাক্য,
ওখ পদত স্থাপিত পুরুষ জনর,
যাকোবর ঈশ্বরর অভিষিক্ত জনর,
ইস্রায়েলর মধুর গীত গাওঁতা জনর বাক্য ;
[২] মোর দ্বারায় যিহোৱার আত্মাই কথা কলে,
তেওঁর বাক্য মোর জিবাত আছিল ;
[৩] ইস্রায়েলর ঈশ্বরে কলে, ইস্রায়েলর শিলাই মোক কলে,
মানুহবিলাকর ওপরত যি জনে ন্যায়রূপে রাজত্ব করে,
যি জনে ঈশ্বরলৈ ভয় রাখি শাসন করে,

⁴ তেওঁ সূৰ্য্য উদয় হোৱা কালৰ প্ৰভাতৰ দীপ্তিস্বৰূপ,
বৰষুণৰ পাছত সূৰ্য্যৰ কিৰণত
পৃথিবীত তৃণ গজা কালৰ,
মেঘ নথকা প্ৰভাতৰ সদৃশ।
⁵ স্বৰূপেই ঈশ্বৰৰ আগত মোৰ বংশ তেনে নহয় নে?
কিয়নো তেওঁ মোৰ লগত এটা চিৰস্থায়ী নিয়ম স্থাপন কৰিলে;
সেয়ে সম্পূৰ্ণ আৰু সত্য;
কাৰণ মোলৈ প্ৰতিজ্ঞা কৰা মোৰ সকলো পৰিত্ৰাণ আৰু মঙ্গল তেওঁ উৎপন্ন নকৰিব নে?
⁶ কিন্তু আটাই দুষ্ট লোক পেলাব লগা কাঁইট-স্বৰূপ;
কিয়নো সেইবোৰক হাতেৰে ধৰা নেযায়,
⁷ কিন্তু যি মানুহে সেইবোৰক চুব,
সি লোহা আৰু বড়শাৰ কুৰা হাতত লব লাগিব;
পাছে সেইবোৰ থকা ঠাইতে সেইবোৰক জুইৰে নিচেইকৈ পোৰা যাব।

⁸ দায়ুদৰ যিবিলাক বীৰ আছিল, সিবিলাকৰ নাম এই। তথ্‌মোনীয়া যোচেব-বচেবৎ সেনাপতিবিলাকৰ অধ্যক্ষ; তেওঁ একে সময়তে বধ কৰা আঁঠ শ লোকৰ অহিতে বড়শা চলালে। ⁹ তেওঁৰ পাছত অহোহীয়া দোদয়ৰ পুত্ৰ ইলিয়াজৰ; যি কালত দায়ুদৰ তিনি জন বীৰপুৰুষে যুদ্ধলৈ গোট খোৱা পলেষ্টীয়াবিলাকক ইতিকিং কৰিছিল, আৰু যি সময়ত ইস্ৰায়েল লোকবিলাক যুদ্ধলৈ উঠি গৈছিল, সেই কালৰ দায়ুদৰ লগত থকা সেই তিনি জন বীৰপুৰুষৰ মাজৰ তেওঁ এজন; ¹⁰ তেওঁ উঠি হাত শ্ৰান্ত নহলমানে পলেষ্টীয়াবিলাকক প্ৰহাৰ কৰি আছিল; শেষত তৰোৱালখন তেওঁৰ হাতত লাগি ৰল; আৰু সেই দিনা যিহোৱাই মহানিস্তাৰ কৰিলে, আৰু লোকবিলাকে কেৱল লুট কৰিবলৈ তেওঁৰ পাছে পাছে গল। ¹¹ আৰু তেওঁৰ পাছত হৰৰীয়া আগিৰ পুত্ৰ চম্মা। যি ঠাইত মচুৰ মাহৰ ক্ষেতি আছিল, সেই ঠাইতে পলেষ্টীয়াবিলাকে গোট খাই দল পাতিছিল, আৰু লোকবিলাক পলেষ্টীয়াবিলাকৰ আগৰ পৰা পলাল; ¹² কিন্তু তেওঁ ক্ষেতিৰ মাজত থিয় হৈ তাক ৰক্ষা কৰিলে, আৰু পলেষ্টীয়াবিলাকক বধ কৰিলে; এই ৰূপে যিহোৱাই মহানিস্তাৰ কৰিলে। ¹³ ত্ৰিশ জন প্ৰধান লোকৰ মাজৰ তিনি জন লোক শস্য দোৱা সময়ত অদুল্লম গুহালৈ দায়ুদৰ ওচৰলৈ নামি গল; তেতিয়া পলেষ্টীয়াবিলাকৰ দলে ৰফায়ীম উপত্যকাত ছাউনি পাতি তাত আছিল। ¹⁴ সেই কালত দায়ুদ দুৰ্গত আছিল, আৰু তেতিয়া বৈৎ-লেহমত পলেষ্টীয়াবিলাকৰ প্ৰহৰী সৈন্যদল আছিল। ¹⁵ পাছে দায়ুদে বড় হাবিয়াহ কৰি কলে, অহ, বৈৎ-লেহমৰ দুৱাৰৰ ওচৰত থকা নাদৰ পৰা মোক খাবলৈ পানী আনি দিয়া হলে,ময় কেনে ভাল পালোঁহেঁতেন! ¹⁶ তাতে সেই তিনি জন বীৰে পলেষ্টীয়াবিলাকৰ সৈন্যবোৰ ভেদ কৰি গৈ, বৈৎ-লেহমৰ দুৱাৰৰ ওচৰত থকা নাদৰ পানী তুলি লৈ দায়ুদৰ ওচৰলৈ আহিল; কিন্তু তেওঁ তাক পান কৰিবলৈ ইচ্ছা নকৰি যিহোৱাৰ উদ্দেশে ঢালি দিলে। ¹⁷ আৰু তেওঁ কলে, হে যিহোৱা, এনে কাম কৰা মোৰ পৰা দূৰে থাকোক; এয়ে জানো আঁচলত আপোন প্ৰাণ লৈ যোৱা মানুহবিলাকৰ তেজ নহয়? এই কাৰণে তেওঁ তাক পান কৰিবলৈ ইচ্ছা নকৰিলে। সেই বীৰ তিনি জনে এইবোৰ কৰ্ম্ম কৰিছিল। ¹⁸ আৰু চৰূয়াৰ পুত্ৰ যোৱাবৰ ভায়েক অবীচয় তিনি জনৰ মাজত প্ৰধান আছিল; তেওঁ তিনি শ লোকৰ বিৰুদ্ধে আপোনাৰ বড়শা চলাই সিহঁতক বধ কৰিলে, আৰু তিনি জনৰ মাজত নাম পালে। ¹⁹ তেওঁ জানো সেই তিনি জনৰ মাজত অধিক মৰ্য্যাদা পোৱা নহয়? এই হেতুকে তেওঁ সিবিলাকৰ সেনাপতি হল; তথাপি তেওঁ প্ৰথম তিনি জনৰ সমান হোৱা নাছিল। ²⁰ আৰু অনেক মহৎ কাৰ্য্য কৰা এজন কব্‌চেলীয়া বীৰপুৰুষৰ নাতিয়েক যিহোয়াদাৰ পুত্ৰ যি বনায়া, তেওঁ মোৱাবীয়া অৰীয়েলৰ দুজন পুতেকক বধ কৰিলে; তাৰ বাহিৰে তেওঁ হিম পৰা কালত গৈ গাঁতৰ ভিতৰত এটা সিংহ মাৰিলে। ²¹ আৰু তেওঁ এটা বড় সুন্দৰ মিচৰীয়াক বধ কৰিলে; সেই মিচৰীয়াৰ হাতত এপাত বড়শা আছিল, কিন্তু তেওঁ এডাল লাখুটি লৈ সেই মিচৰীয়াটোৰ ওচৰলৈ নামি গৈ, তাৰ হাতৰ পৰা বড়শাপাত

কাঢ়ি লৈ, তাৰ বড়শাৰেই তাক বধ কৰিলে। [২২] যিহোয়াদাৰ পুত্ৰ বনায়াই এইবোৰ কাৰ্য্য কৰিলে, আৰু তেওঁ সেই তিনি জন বীৰৰ মাজত নাম পালে। [২৩] তেওঁ ত্ৰিশ জনতকৈ অধিক মৰ্য্যাদা পোৱা হল; তথাপি তেওঁ প্ৰথম তিনি জনৰ সমান হোৱা নাছিল। পাছে দায়ূদে তেওঁক আপোনাৰ গা-ৰক্ষীয়া সৈন্যদলৰ ওপৰত অধ্যক্ষ পাতিলে।

[২৪] যোৱাবৰ ভায়েক অচাহেল ত্ৰিশ জনৰ মাজৰ এজন আছিল; বৈৎ-লেহমীয়া দোদোৰ পুত্ৰ ইল্‌হানন; [২৫] হাৰোদীয়া চম্মা, হাৰোদীয়া ইলীকা; [২৬] পল্টীয়া হেলচ, তকোইয়া ইক্কেচৰ পুত্ৰ ঈৰা; [২৭] অনাথোতীয়া অবীয়েজৰ, হুচাতীয়া মবুন্নয়; [২৮] অহোহীয়া চল্‌মোন, নটোফাতীয়া মহৰয়; [২৯] নটোফাতীয়া বানাৰ পুত্ৰ হেলব, বিন্যামীনৰ সন্তানবিলাকৰ গিবিয়া-নিবাসী ৰীবয়ৰ পুত্ৰ ইত্তয়; [৩০] পিৰাথোনীয়া বনায়া, গাচ উপত্যকা-নিবাসী হিদ্দয়; [৩১] অৰ্বাতীয়া অবী-অল্‌বোন, বহুৰীমীয়া অজ্‌মাবৎ; [৩২] চাল্‌বোনীয়া ইলিয়হবা, বনে-যাচেন, যোনাথন; [৩৩] হৰাৰীয়া চম্মা, অৰাৰীয়া চাৰৰৰ পুত্ৰ অহীয়াম; [৩৪] মাখা-তীয়া অহচ্‌বয়ৰ পুত্ৰ ইলীফেলট, গিলোনীয়া অহীথোফলৰ পুত্ৰ ইলীয়াম; [৩৫] কৰ্মিলীয়া হিষ্ৰো, অৰ্বীয়া পাৰয়; [৩৬] চোবা-নিবাসী নাথনৰ পুত্ৰ যিগাল, গাদীয়া বানী; [৩৭] অম্মোনীয়া চেলক, আৰু চৰুয়াৰ পুত্ৰ যোৱাবৰ অস্ত্ৰবাহক বেৰোতীয়া নহৰয়; [৩৮] যিত্ৰীয়া ঈৰা, যিত্ৰীয়া গাৰেব; [৩৯] আৰু হিত্তীয়া উৰিয়া; সৰ্ব্বমোট সাতত্ৰিশ জন।

লোকবিলাকক গণনা কৰাৰ দোষ; আৰু
তাৰ দণ্ড।

**২৪** পাছে ইস্ৰায়েললৈ যিহোৱাৰ ক্ৰোধ পুনৰায় জ্বলি উঠাত, ইস্ৰায়েলক আৰু যিহূদাক গণনা কৰাগৈ বুলি কৈ, তেওঁ সিবিলাকৰ বিৰুদ্ধে দায়ূদৰ প্ৰবৃত্তি জন্মালে। [২] তাতে ৰজাই আপোনাৰ ওচৰত থকা প্ৰধান সেনাপতি যোৱাবক আজ্ঞা কৰি কলে, মষ ইস্ৰায়েল লোক-বিলাকৰ সংখ্যা জানিবৰ নিমিত্তে, তুমি দানৰে পৰা বেৰ-চেবালৈকে ইস্ৰায়েলৰ সকলো ফৈদৰ মাজত ফুৰা, আৰু তোমালোকে লোকবিলাকক গণনা কৰা। [৩] তেতিয়া যোৱাবে ৰজাক কলে, এতিয়া যিমান লোক আছে, আপোনাৰ ঈশ্বৰ যিহোৱাই তাৰ এশ গুণ বৃদ্ধি কৰোক, আৰু মোৰ প্ৰভু মহাৰাজে তাক আপোন চকুৰে দেখোক; কিন্তু মোৰ প্ৰভু মহাৰাজে এনে কাৰ্য্যত কিয় সন্তোষ পাইছে? [৪] তথাপি যোৱাব আৰু সেনাপতিবিলাকৰ আগত ৰজাৰ বাক্য প্ৰবল হল; তাতে যোৱাব আৰু সেনাপতি-বিলাকে ইস্ৰায়েল লোকবিলাকক গণনা কৰিবলৈ ৰজাৰ আগৰ পৰা গল। [৫] পাছে সিবিলাকে যৰ্দ্দন পাৰ হৈ অৰোয়েৰৰ, উপত্যকাৰ মাজত থকা নগৰখনৰ সোঁফালে ছাউনি পাতিলে; আৰু সিবিলাক গাদ ও যাজেৰলৈকে গল। [৬] তাৰ পাছে সিবিলাকে গিলিয়দ আৰু তহ্‌তীম-হদ্‌চী দেশ পালেগৈ, আৰু দান-যানলৈ গৈ ঘূৰি চীদোনলৈ আহিল। [৭] পাছে সিবিলাক তূৰ দুৰ্গলৈ, আৰু হিব্বীয়া ও কনানীয়াবিলাকৰ সকলো নগৰলৈ গল; আৰু শেষত সিবিলাক যিহূদাৰ দক্ষিণ অঞ্চলত বেৰ-চেবাত উপস্থিত হল। [৮] এই ৰূপে সিবিলাকে দেশৰ আটাই ঠাইতে ফুৰি ন মাহ বিশ দিনৰ মূৰত যিৰূ-চালেমলৈ উভটি আহিল। [৯] পাছে যোৱাবে গণনা কৰা লোকবিলাকৰ সংখ্যা ৰজাৰ গুৰিত আনি দিলে; তাৰ মোট, ইস্ৰায়েলৰ তৰোৱাল ধৰোঁতা আঠ লাখ বলৱান লোক, আৰু যিহূদাৰ পাঁচ লাখ লোক।

[১০] এই ৰূপে দায়ূদে লোকবিলাকক গণনা কৰোৱাৰ পাছে, তেওঁৰ মনে তেওঁক ঢুষিলে। তাতে দায়ূদে যিহোৱাক কলে, এই কৰ্ম্ম কৰাতে মষ মহাপাপ কৰিলোঁ; কিন্তু হে যিহোৱা, বিনয় কৰোঁ, আপোন দাসৰ অপৰাধ ক্ষমা কৰা, কিয়নো মষ অতিশয় অজ্ঞানৰ কৰ্ম্ম কৰিলোঁ। [১১] পাছে দায়ূদ ৰাতিপুৱা উঠিলত, দায়ূদৰ দৰ্শক গাদ ভাববাদীৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, [১২] বোলে, তুমি গৈ দায়ূদক কোৱা, যিহোৱাই এই কথা কৈছে, মষ তোমাৰ আগত তিনটা দণ্ড ৰাখিছোঁ; তাৰ মাজৰ এটা বাচি লোৱা, মষ তাকেই তোমালৈ কৰিম। [১৩] তাতে গাদে দায়ূদৰ ওচৰলৈ গৈ তেওঁক কলে, তোমাৰ দেশত সাত বছৰ আকাল হব লাগে নে, বা তোমাৰ শত্ৰুবোৰে তোমাৰ পাছে পাছে খেদি যাওঁতে, তুমি সিহঁতৰ আগে আগে তিনি মাহলৈকে

পলাই থাকিবা ? নাইবা তোমাৰ দেশত তিন দিনলৈকে মহামাৰী হব ? মোক পঠোৱা জনাক কি উত্তৰ দিম, তাক এতিয়া বিবেচনা কৰি চোৱা। [14] তাতে দায়ূদে গাদক কলে, মই বৰ ঠেকত পৰিছোঁ; আমি যিহোৱাৰ হাতত পৰা ভাল, কিয়নো তেওঁৰ দয়া প্ৰচুৰ; কিন্তু মোক মানুহৰ হাতত পৰিবলৈ নিদিওক। [15] পাছে সেই ৰাতিপুৱাৰে পৰা নিৰূপিত সময়লৈকে যিহোৱাই ইস্ৰায়েললৈ মহামাৰী পঠালে; তাতে দানৰে পৰা বেৰচেবালৈকে সত্তৰ হাজাৰ লোক মৰা পৰিল। [16] পাছে যেতিয়া দূতে যিৰূচালেমক বিনষ্ট কৰিবলৈ তাৰ ফাললৈ হাত মেলিলে, তেতিয়া যিহোৱাই সেই আপদৰ নিমিত্তে খেদ কৰি সংহাৰক দূতক কলে, এয়ে জুৰিছে, এতিয়া তোমাৰ হাত কোঁচোৱা। সেই সময়ত যিহোৱাৰ সেই দূত যিবূচীয়া অৰৌণাৰ মৰণা মৰা খলাৰ ওচৰত আছিল। [17] পাছে যি দূতে সংহাৰ কৰিছিল, দায়ূদে সেই দূতক দেখি যিহোৱাক কলে, ময়হে পাপ কৰিলোঁ, ময়হে অপৰাধী হলোঁ; কিন্তু এই মেৰবিলাকে কি কৰিলে ? মই বিনয় কৰোঁ, তোমাৰ হাত মোৰেই বিৰুদ্ধে আৰু মোৰ পিতৃবংশৰেই বিৰুদ্ধে হওক।

[18] সেই দিনা গাদে দায়ূদৰ ওচৰলৈ আহি তেওঁক কলে, তুমি উঠি গৈ অৰৌণাৰ মৰণা মৰা খলাত যিহোৱাৰ উদ্দেশে এটা যজ্ঞবেদি স্থাপন কৰাগৈ। [19] তাতে দায়ূদ যিহোৱাৰ আজ্ঞামতে, গাদৰ বাক্য অনুসাৰে উঠি গল। [20] পাছে অৰৌণাই চাই আপোনাৰ ফাললৈ ৰজাক আৰু তেওঁৰ দাসবিলাকক অহা দেখিলে; তাতে অৰৌণাই আহি ৰজাৰ আগত মাটিত মুখ লগাই প্ৰণিপাত কৰিলে। [21] আৰু অৰৌণাই সুধিলে, মোৰ প্ৰভু মহাৰাজ আপোনাৰ বন্দীৰ ওচৰলৈ কি কাৰণে আহিল ? দায়ূদে কলে, লোকবিলাকৰ মাজৰ পৰা মহামাৰী গুচিবৰ নিমিত্তে, যিহোৱাৰ উদ্দেশে এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰিবৰ অৰ্থে মই তোমাৰ পৰা এই মৰণা মৰা খলা কিনিবলৈ আহিছোঁ। [22] তাতে অৰৌণাই দায়ূদক কলে, মোৰ প্ৰভু মহাৰাজৰ দৃষ্টিত যিহকে ভাল দেখে, তাকে লৈ উৎসৰ্গ কৰোক; দেখোক, হোম-বলিৰ নিমিত্তে এই গৰুবোৰ, আৰু খৰিৰ নিমিত্তে মৰণা মৰা যন্ত্ৰ আৰু গৰুবোৰৰ সঁজুলি আছে; [23] হে মহাৰাজ, অৰৌণাই মহাৰাজক এই সকলোকে দিছে। অৰৌণাই ৰজাক আৰু কলে, আপোনাৰ ঈশ্বৰ যিহোৱাই আপোনাক গ্ৰাহ্য কৰোক। [24] পাছে ৰজাই অৰৌণাক কলে, সেয়ে হব নোৱাৰে, মই মূল্য দি তোমাৰ পৰা সকলো কিনিহে লম; মই আপোন ঈশ্বৰ যিহোৱাৰ উদ্দেশে বিনামূল্যে হোম-বলি উৎসৰ্গ নকৰোঁ, এই বুলি দায়ূদে পঞ্চাশ চেকল ৰূপ দি, সেই মৰণা মৰা খলা আৰু গৰুবোৰ কিনি ললে। [25] আৰু দায়ূদে সেই ঠাইতে যিহোৱাৰ উদ্দেশে এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰি, হোম-বলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিলে। তাতে যিহোৱাই দেশৰ পক্ষে প্ৰাৰ্থনা শুনিলে, আৰু ইস্ৰায়েলৰ পৰা মহামাৰী গুচিল।

# ৰাজাৱলিৰ প্ৰথম পুস্তক।

দায়ূদৰ আয়ুষৰ শেষদিন। চলোমনক ৰাজপদত নিযুক্ত কৰা।

**১** পাছে দায়ূদ ৰজা বুঢ়া আৰু অতিশয় বৃদ্ধ হলত, তেওঁৰ গাত অনেক কাপৰ দিয়াতো তেওঁ উম নেপালে। [২] এই হেতুকে তেওঁৰ দাস-বিলাকে তেওঁক কলে, আমাৰ প্ৰভু মহাৰাজৰ নিমিত্তে এজনী যুবতী কুমাৰী বিচাৰ কৰা যাওক; তাই মহাৰাজৰ আগত থাকি ৰজাৰ আলপৈচান ধৰিব, আৰু আমাৰ প্ৰভু মহাৰাজৰ গাত উম লাগিবৰ নিমিত্তে আপোনাৰ বুকত শয়ন কৰিব। [৩] পাছে লোকবিলাকে ইস্ৰায়েলৰ আটাই অঞ্চলত সুন্দৰী ছোৱালী বিচাৰ কৰি, চূনেমীয়া অবীচগক পাই ৰজাৰ ওচৰলৈ আনিলে। [৪] সেই ছোৱালী অতিশয় সুন্দৰী আছিল, আৰু তাই ৰজাৰ আলপৈচান ধৰি তেওঁৰ শুশ্ৰূষা কৰিলে; কিন্তু ৰজাই তাইৰ পৰিচয় নললে। [৫] সেই কালত হগ্গীতৰ পুত্ৰ অদোনিয়াই ময়েই ৰজা হম বুলি অহঙ্কাৰ কৰিলে; আৰু আপোনাৰ নিমিত্তে ৰথ ও অশ্বাৰোহী সৈন্যবোৰ, আৰু আপোনাৰ আগে আগে লৰ ধৰিবৰ কাৰণে পঞ্চাশ জন মানুহ যুগুত কৰি ৰাখিলে। [৬] তেওঁৰ বাপেকে তেওঁক, তুমি কিয় এনে কৰিছা? এই বুলি কৈ কেতিয়াও তেওঁৰ মনত দুঃখ দিয়া নাই। তেওঁ বৰ সুন্দৰ পুৰুষো, আৰু অব্চালোমৰ পাছত জন্মিছিল। [৭] তেওঁ চৰূয়াৰ পুত্ৰ যোৱাবৰ আৰু অবিয়াথৰ পুৰোহিতৰ লগত মন্ত্ৰণা কৰিলে; এই হেতুকে তেওঁবিলাকে অদোনিয়াৰ পক্ষ হৈ তেওঁৰ সহায় কৰিলে। [৮] কিন্তু চাদোক পুৰো-হিত, যিহোয়াদাৰ পুত্ৰ বনায়া, নাথন ভাববাদী, চিমিয়ী, ৰেয়ী, আৰু দায়ূদৰ বীৰবিলাক অদো-নিয়াৰ পক্ষ নহল। [৯] পাছে অদোনিয়াই অয়িন-ৰোগেলৰ কাষত থকা জোহেলৎ শিলৰ ওচৰত মেৰ, ছাগ, ভতৰা, আৰু পুষ্ট পুষ্ট গৰু পোৱালি বলিদান কৰিলে, আৰু আপোনাৰ ভাই সকলো ৰাজকোঁৱৰবিলাকক, আৰু ৰজাৰ দাস যিহুদাৰ আটাই লোকবিলাকক নিমন্ত্ৰণ কৰিলে। [১০] কিন্তু নাথন ভাববাদীক, বনায়াক, বীৰ-বিলাকক, আৰু আপোন ভায়েক চলোমনক নিমন্ত্ৰণ নকৰিলে। [১১] তেতিয়া নাথনে চলোমনৰ মাক বৎ-চেবাক কলে, আমাৰ প্ৰভু দায়ূদে নজনাকৈ হগ্গীতৰ পুতেক অদোনিয়া যে ৰজা হল, ইয়াক জানো তুমি শুনা নাই? [১২] এই হেতুকে আহাঁ, তুমি আপোন প্ৰাণ, আৰু তোমাৰ পুত্ৰ চলোমনৰ প্ৰাণ ৰাখিবৰ নিমিত্তে, ময় এতিয়া তোমাক পৰামৰ্শ দিওঁ; [১৩] বলা, দায়ূদ ৰজাৰ ওচৰলৈ গৈ তেওঁক কোৱাগৈ, যে, হে মোৰ প্ৰভু মহাৰাজ, আপুনি জানো শপথ খাই আপোনাৰ দাসীক কোৱা নাই, যে, মোৰ পাছত তোমাৰ পুত্ৰ চলোমন অৱশ্যে ৰজা হব, আৰু সিয়েই মোৰ সিংহাসনত বহিব? তেন্তে অদোনিয়া ৰজা হল কিয়? [১৪] আৰু দেখা, সেই ঠাইত ৰজাৰ আগত তোমাৰ কথাৰ শেষ নৌ হওঁতেই, ময়ো তোমাৰ পাছত সোমাই গৈ তোমাৰ কথাত ভৰ দিম। [১৫] পাছে বৎ-চেবা ভিতৰ-খোঁটালীলৈ ৰজাৰ ওচৰলৈ সোমাই গল; সেই সময়ত ৰজা অতিশয় বৃদ্ধ হোৱাত চূনেমীয়া অবীচগে ৰজাৰ শুশ্ৰূষা কৰি আছিল। [১৬] তেতিয়া বৎ-চেবাই মূৰ দোঁৱাই ৰজাৰ আগত প্ৰণিপাত কৰিলে। তাতে ৰজাই সুধিলে, তোমাক কি লাগে? [১৭] তাতে তেওঁ কলে, হে মোৰ প্ৰভো, মোৰ পাছত তোমাৰ পুত্ৰ চলোমন ৰজা হব, আৰু মোৰ সিংহাসনৰ ওপৰত সিয়েই বহিব, এই বুলি আপুনি আপোনাৰ ঈশ্বৰ যিহো-ৱাৰ নামেৰে শপথ খাই আপোনাৰ বেটীৰ আগত কৈছিল। [১৮] কিন্তু এতিয়া, হে মোৰ প্ৰভু মহাৰাজ, দেখোক, আপুনি নজনাকৈ অদোনিয়া ৰজা হল, [১৯] আৰু ভতৰা, পুষ্ট পুষ্ট গৰু পোৱালি, আৰু মেৰ ও ছাগ অধিক্কৈ বলিদান কৰি সকলো ৰাজকোঁৱৰবিলাকক,

অবিয়াথৰ পুৰোহিতক, আৰু প্ৰধান সেনাপতি যোৱাবক নিমন্ত্ৰণ কৰিলে; কিন্তু আপোনাৰ দাস চলোমনক নিমন্ত্ৰণ নকৰিলে। [২০] আৰু হে মোৰ প্ৰভু মহাৰাজ, আপোনাৰ পাছত মোৰ প্ৰভু মহাৰাজৰ সিংহাসনত কোন বহিব, তাক আপুনি লোকবিলাকক জনাব বুলি গোটেই ইস্ৰায়েলৰ দৃষ্টি আপোনাতেই আছে। [২১] আপুনি তাক নকৰিলে, মোৰ প্ৰভু মহাৰাজ ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলে, ময় আৰু মোৰ পুত্ৰ চলোমন অপৰাধী বুলি গণিত হম। [২২] তেতিয়া দেখা, ৰজাৰ লগত তেওঁ কথা হৈ থাকোঁতেই নাথন ভাববাদী আহিল। [২৩] তাতে কোনোৱে ৰজাক কলে, দেখোক, নাথন ভাববাদী আহিছে। পাছে নাথনে ৰজাৰ আগলৈ গৈ আঁঠু পাৰি মাটিত মুখ লগাই ৰজাৰ আগত প্ৰণিপাত কৰি কলে, [২৪] হে মোৰ প্ৰভু মহাৰাজ, মোৰ পাছত অদোনিয়া ৰজা হব, আৰু মোৰ সিংহাসনত সিয়েই বহিব, এনে বুলি আপুনি কলে নে কি? [২৫] কিয়নো তেওঁ আজি নামি গৈ, ভতৰা, পুষ্ট পুষ্ট গৰু পোৱালি, আৰু মেৰ ও ছাগ অধিককৈ বলিদান কৰি সকলো ৰাজকোঁৱৰবিলাকক, সেনাপতিবিলাকক, আৰু অবিয়াথৰ পুৰোহিতক নিমন্ত্ৰণ কৰিলে; আৰু দেখোক, সিবিলাকে তেওঁৰ আগত ভোজন-পান কৰিছে, আৰু কৈছে, অদোনিয়া ৰজা চিৰজীৱী হওক। [২৬] কিন্তু আপোনাৰ দাস যি ময়, মোক হলে, আৰু চাদোক পুৰোহিত, যিহোয়াদাৰ পুত্ৰ বনায়া, আৰু আপোনাৰ দাস চলোমনক তেওঁ নিমন্ত্ৰণ নকৰিলে। [২৭] এই কাৰ্য্য মোৰ প্ৰভু মহাৰাজৰ আদেশত হল নে কি? আৰু মোৰ প্ৰভু মহাৰাজৰ পাছত আপোনাৰ সিংহাসনত কোন বহিব, তাক আপোনাৰ দাসবিলাকক জনোৱা নাই জানো? [২৮] তেতিয়া দায়ুদ ৰজাই উত্তৰ কৰি কলে, বৎ-চেবাক মোৰ ওচৰলৈ মাতি আনা। তাতে তেওঁ ৰজাৰ ওচৰলৈ আহি ৰজাৰ আগত থিয় হলত, ৰজাই শপথ কৰি কলে, [২৯] যি জনাই সকলো সঙ্কটৰ পৰা মোৰ প্ৰাণ মুক্ত কৰিলে, সেই জীৱন্ত যিহোৱাৰ শপথ, [৩০] মোৰ পাছত তোমাৰ পুত্ৰ চলোমন ৰজা হব, আৰু সিয়েই মোৰ পদত মোৰ সিংহাসনত বহিব, এই বুলি তোমাৰ আগত ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ নাম লৈ যি শপথ কৰিছিলোঁ, আজিয়েই তাৰ দৰে কাৰ্য্য কৰিম। [৩১] তেতিয়া বৎ-চেবাই আঁঠু পাৰি মাটিত মুৰ লগাই ৰজাৰ আগত প্ৰণিপাত কৰি কলে, মোৰ প্ৰভু দায়ুদ ৰজা চিৰজীৱী হওক। [৩২] পাছে দায়ুদ ৰজাই কলে, চাদোক পুৰোহিতক, নাথন ভাববাদীক, আৰু যিহোয়াদাৰ পুত্ৰ বনায়াক মোৰ ওচৰলৈ মাতি আনা; তেতিয়া তেওঁবিলাক ৰজাৰ ওচৰলৈ আহিল। [৩৩] তাতে ৰজাই তেওঁবিলাকক কলে, তোমালোকে আপোন প্ৰভুৰ দাসবিলাকক লগত লৈ, মোৰ পুত্ৰ চলোমনক মোৰ আপোন খছৰত তুলি গীহোনলৈ লৈ যোৱা; [৩৪] সেই ঠাইতে চাদোক পুৰোহিত আৰু নাথন ভাববাদীয়ে ইস্ৰায়েলৰ ওপৰত তাক ৰজা অভিষেক কৰোক; আৰু তোমালোকে শিঙ্গা বজাই কবা, চলোমন ৰজা চিৰজীৱী হওক। [৩৫] পাছত তোমালোক তাৰ পাছে পাছে উঠি আহিবা; আৰু সি আহি মোৰ সিংহাসনত বহিব; কিয়নো মোৰ সলনি সিয়েই ৰজা হব, ইস্ৰায়েলৰ আৰু যিহুদাৰ ওপৰত অধ্যক্ষ হবলৈ ময় তাকেই নিযুক্ত কৰিলোঁ। [৩৬] তেতিয়া যিহোয়াদাৰ পুত্ৰ বনায়াই উত্তৰ দি ৰজাক কলে, সেই দৰে হওক; মোৰ প্ৰভু মহাৰাজৰ ঈশ্বৰ যিহোৱায়ো সেই দৰেই হওক বুলি কওক; [৩৭] যিহোৱা যেনেকৈ মোৰ প্ৰভু মহাৰাজৰ লগত আছিল, তেনেকৈ চলোমনৰ লগতো থাকোক, আৰু মোৰ প্ৰভু দায়ুদ ৰজাৰ সিংহাসনতকৈ তেওঁৰ সিংহাসন মহৎ কৰোক। [৩৮] পাছে চাদোক পুৰোহিত, নাথন ভাববাদী, যিহোয়াদাৰ পুত্ৰ বনায়া, আৰু কৰেথীয়া ও পলেথীয়াবিলাকে নামি গৈ, দায়ুদ ৰজাৰ খছৰৰ ওপৰত চলোমনক তুলি, গীহোনলৈ লৈ গল। [৩৯] পাছে চাদোক পুৰোহিতে তেলেৰে ভৰা শিঙটো তাম্বুৰ পৰা লৈ চলোমনক অভিষেক কৰিলে; পাছে শিঙ্গা বজালত সকলো লোকে কলে, চলোমন ৰজা চিৰজীৱী হওক। [৪০] তাৰ পাছত সকলো লোক তেওঁৰ পাছে পাছে উঠি আহিল, আৰু লোক-সমূহে এনেহে বাঁহী বজালে, আৰু মহা-আনন্দ কৰিলে, যে, তাৰ শবদত পৃথিবী ফাটিল। [৪১] তেতিয়া অদোনিয়া আৰু তেওঁৰ লগৰ নিমন্ত্ৰিত লোকবিলাকে ভোজন কৰি এঁটোৱামাত্ৰে

সেই শবদ শুনিলে। আরু যোৱাবে শিঙ্গার শবদ শুনি কলে, নগরত ইমান কোলাহল কিয় হৈছে? [৪২] তেওঁ এই কথা কওঁতেই, অবিয়াথর পুরোহিতর পুত্ৰ যোনাথন আহি পালেহি; তাতে অদোনিয়াই তেওঁক কলে, সোমাই আহাঁ; কিয়নো তুমি ভাল পুরুষ, আরু শুভবার্ত্তা আনিছা। [৪৩] তেতিয়া যোনাথনে অদোনিয়াক উত্তর দি কলে, স্বরূপেই আমার প্রভু দায়ূদ রজাই চলোমনক রাজপদত নিযুক্ত করিলে; [৪৪] আরু রজাই চাদোক পুরোহিতক, নাথন ভাববাদীক, যিহোয়াদার পুত্ৰ বনায়াক, আরু করেথীয়া ও পলেথীয়াবিলাকক তেওঁর লগত পঠালে, আরু সিবিলাকে তেওঁক রজার খচ্চরত তুলিলে; [৪৫] আরু চাদোক পুরোহিত ও নাথন ভাববাদীয়ে তেওঁক গীহোনত রজা অভিষেক করিলে; আরু সিবিলাকে তার পরা এনেহে আনন্দ করি করি উঠি আহিছে, যে, তারে গোটেই নগর প্রতিধ্বনিত হৈ উঠিল। তোমালোকে যি শবদ শুনিছিলা, সেয়ে সেই ধ্বনি। [৪৬] আরু চলোমন রাজসিংহাসনত বহিল। [৪৭] তাত বাজে রজার দাসবিলাকে আহি আমার প্রভু দায়ূদ রজাক এই বুলি আশীর্ব্বাদ করিলে, আপোনার ঈশ্বরে আপোনার নামতকৈয়ো চলোমনর নাম মহান করোক, আরু তেওঁর সিংহাসন আপোনার সিংহাসনতকৈয়ো মহৎ করোক; তাতে রজাই শয্যাত প্রণিপাত করিলে। [৪৮] আরু রজায়ো এই কথা কলে, ইস্রায়েলর ঈশ্বর যিহোবা ধন্য হওক; তেওঁ আজি মোর সিংহাসনর ওপরত বহিবলৈ মোক এজন দিলে, আরু মোর চকুৱে তাক দেখিবলৈ পালে। [৪৯] তাতে অদোনিয়ার লগর আটাই নিমন্ত্রিত লোকবিলাকে ভয় পাই প্রতিজন উঠি আপোন আপোন বাটে গুচি গল। [৫০] আরু অদোনিয়াই চলোমনলৈ ভয় করি উঠি গৈ যজ্ঞবেদির শিঙত ধরিলেগৈ। [৫১] পাছে চলোমনর আগত কোনোবাই এই কথা কলে, দেখোক, অদোনিয়াই চলোমন রজালৈ ভয় করিছে; কিয়নো দেখোক, তেওঁ যজ্ঞবেদির শিঙত ধরি কৈছে, চলোমন রজাই আপোনার দাসক তরোবালেরে বধ নকরিবলৈ মোর আগত আজি শপথ করোক। [৫২] তাতে চলোমনে কলে, সি যদি আপোনাক ভাল পুরুষ দেখুৱায়, তেন্তে তার এডালি চুলিও মাটিত নপড়িব; কিন্তু যদি তার ভিতরত দুষ্টতা পোৱা যায়, তেন্তে তার প্রাণ যাব, [৫৩] এই বুলি চলোমন রজাই মানুহ পঠাই তেওঁক যজ্ঞবেদির ওপরর পরা নমাই আনিলে। তাতে তেওঁ আহি চলোমন রজার আগত প্রণিপাত করিলে, আরু চলোমনে তেওঁক কলে, ঘরলৈ যোৱা।

দায়ূদর শেষ-আজ্ঞা আরু মৃত্যু। চলোমনে আপোনার রাজ্য দৃঢ় করা।

২ পাছে দায়ূদর মরণর কাল ওচর চাপিলত, তেওঁ আপোন পুত্ৰ চলোমনক এই আদেশ দি কলে, [২] সকলো মর্ত্ত্য যোৱা পথে মর যাওঁ; তুমি বলবান হোৱা, আরু আপোনার পুরুষালি দেখুউৱা; [৩] আরু তোমার সন্তানবিলাকে যদি আপোনাবিলাকর পথর বিষয়ে সাৱধান হৈ, সত্যভাবে সকলো চিত্তেরে আরু সকলো প্রাণেরে মোর আগত চলে, তেন্তে, ইস্রায়েলর সিংহাসনত বহিবলৈ তোমার সম্বন্ধীয়া লোক এজনরো অভাব নহব, [৪] মোর বিষয়ে যিহোবাই কোৱা এই বাক্য যেন তেওঁ সিদ্ধ করিব, এই নিমিত্তে, তুমি যি যি কার্য্য করিবা, আরু যি ফালে যাবলৈ মুখ করিবা, সেই সকলোতে কুশলপ্রাপ্ত হবর অর্থে তুমি আপোন ঈশ্বর যিহোবার পালনীয় পালন করি তেওঁর পথত চলা, আরু মোচির ব্যবস্থাপুস্তকত লিখা তেওঁর বিধি, আজ্ঞা, শাসনপ্রণালী, আরু সাক্ষ্য অনুসারে কার্য্য করা। [৫] আরু চরূয়ার পুত্ৰ যোৱাবে মোর বিরুদ্ধে যি করিলে, অর্থাৎ নেরর পুত্ৰ অব্নের, আরু যেথরর পুত্ৰ অমাচা, ইস্রায়েলর এই দুজন সেনাপতিলৈ যি করিলে, তাক তুমি জানি আছা; সি তেওঁবিলাকক বধ করি যুদ্ধর সময়র নিচিনাকৈ শান্তির সময়ত রক্তপাত করিলে, আরু সেই রক্ত তার কটিবন্ধনত আরু তার ভরির জোতাত লগালে। [৬] এতেকে তুমি আপোন জ্ঞান অনুসারে তালৈ ব্যবহার করিবা, আরু তার পকা চুলি শান্তিরে চিয়োললৈ নামিব নিদিবা। [৭] কিন্তু গিলিয়দীয়া বর্জিল্লয়র পুতেকবিলাকক দয়া ব্যবহার করিবা, আরু তোমার মেজত বহোঁতাবিলাকর মাজত সিবিলাককো ঠাই

দিবা; কিয়নো, তোমার ককাই অব্চালোমর ভয়ত মই পলোৱা কালত সিবিলাকে সেই রূপে ব্যৱহার করি মোর ওচরলৈ আহিছিল। [৮] আরু দেখা, বহুরীমত থকা বিন্যামীনীয়া গেরার পুতেক চিমিয়ী তোমার লগত আছে; মই মহনয়িমলৈ যোৱা দিনা সি মোক অতিশয়রূপে শাও দিছিল; কিন্তু পাছত সি মোর লগত সাক্ষাৎ করিবলৈ যর্দ্দনলৈ আহিছিল; তাতে মই যিহোৱার নামেরে শপথ করি তাক কলোঁ, মই তোমাক তরোৱালেরে বধ নকরোঁ। [৯] এই হেতুকে তুমি এতিয়া তাক নির্দ্দোষী যেন নেভাবিবা, কারণ তুমি জ্ঞানৱান পুরুষ; আরু তালৈ কি করা উচিত, তাক তুমি জানি, তার পকা চুলি তেজেরে সৈতে চিয়োললৈ নমাই দিবা। [১০] পাছে দায়ূদ আপোনার ওপর-পিতৃবিলাকর লগত নিদ্রিত হলত, দায়ূদর নগরত তেওঁক মৈদাম দিয়া হল। [১১] দায়ূদে ইস্রায়েলর ওপরত চল্লিশ বছর রাজত্ব করিলে; তেওঁ সাত বছর হিব্রোণত, আরু তেত্রিশ বছর যিরূচালেমত রাজত্ব করিলে।

[১২] পাছে চলোমন আপোন পিতৃ দায়ূদর সিংহাসনত বহিলত, তেওঁর রাজ্য অতিশয় দৃঢ় হল। [১৩] সেই সময়ত হগ্গীতর পুত্র অদোনিয়া চলোমনর মাক বৎ-চেবার ওচরলৈ গল। তাতে তেওঁ সুধিলে, ভালর অর্থে আহিছা নে? তেওঁ উত্তর করি কলে, ভালর অর্থে। [১৪] তেওঁ আরু কলে, তোমার আগত মোর কিছু কথা কব লগা আছে। [১৫] তাতে তেওঁ কলে, কোৱা। পাছে তেওঁ কলে, তুমি জানা, রাজ্য মোরহে আছিল, আরু মইহে রজা হম বুলি গোটেই ইস্রায়েলে মোর মুখলৈ চাই আছিল; তথাপি রাজ্য সলনি হৈ মোর ভাইর হল; কিয়নো যিহোৱার দ্বারায়হে তেওঁর হল। [১৬] এই হেতুকে এতিয়া মই তোমার আগত এটা নিবেদন করোঁ, তাক তুমি মুই নকরিবা। তাতে তেওঁ কলে, কোৱা। [১৭] তেতিয়া অদোনিয়াই কলে, অনুগ্রহ করি চলোমন রজাক কোৱা, যেন তেওঁ চূনেমীয়া অবীচগক মোর লগত বিবাহ দিয়ে; কিয়নো তেওঁ তোমাক মুই নকরিব। [১৮] তেতিয়া বৎচেবাই কলে, বারু, মই তোমার নিমিত্তে রজাক কম; [১৯] এই বুলি বৎ-চেবাই অদোনিয়ার নিমিত্তে কবলৈ চলোমন রজার ওচরলৈ গল। তাতে রজাই তেওঁক আগ বঢ়াই নিবলৈ উঠি আহি তেওঁর আগত প্রণিপাত করিলে; পাছে তেওঁ আপোনার সিংহাসনত বহিল, আরু রাজমাওর কারণে আসন যুগুত করালত, তেওঁ রজার সোঁকালে বহিল। [২০] আরু তেওঁ কলে, মই তোমার আগত এটা সরু বিষয় নিবেদন করোঁ, তাক তুমি মুই নকরিবা। তাতে রজাই কলে, হে মাতৃ, খোজোক; কিয়নো মই আপোনাক মুই নকরোঁ। [২১] পাছে বৎ-চেবাই কলে, তোমার ককাই অদোনিয়ার লগত চূনেমীয়া অবীচগক বিয়া দিয়া হওক। [২২] তাতে চলোমন রজাই উত্তর করি আপোনার মাকক কলে, আপুনি অদোনিয়ার নিমিত্তে চূনেমীয়া অবীচগক কিয় খুজিছে? তার নিমিত্তে রাজ্যখনকে খোজোকছোন; কিয়নো সি মোর বড় ককাই; এনে কি, অবিয়াথর পুরোহিতর, আরু চরূয়ার পুতেক যোৱাবর নিমিত্তেও খোজোক। [২৩] পাছে চলোমন রজাই যিহোৱার নামেরে শপথ করি কলে, অদোনিয়াই যদি আপোনার প্রাণ হানি হোৱাকৈ এই কথা কোৱা নাই, তেন্তে ঈশ্বরে মোক অমুক আরু তাতকৈ অধিক দণ্ড দিওক। [২৪] এই হেতুকে এতিয়া যি জনাই আপোন প্রতিজ্ঞা অনুসারে, মোক সুস্থির করি মোর পিতৃ দায়ূদর সিংহাসনত মোক বহুৱালে, আরু মোর বংশ স্থাপন করিলে, সেই যিহোৱার জীৱনর শপথ, আজি নিশ্চয়ে অদোনিয়ার প্রাণ-দণ্ড হব। [২৫] তেতিয়া চলোমন রজাই যিহোয়াদার পুত্র বনায়াক পঠালত, তেওঁ আক্রমণ করি তেওঁক বধ করিলে। [২৬] পাছে রজাই অবিয়াথর পুরোহিতক কলে, তুমি অনাথোতলৈ আপোন আধিপত্য ভূমিলৈ যোৱা, কিয়নো তুমিও মৃত্যুর যোগ্য; তথাপি মই এই সময়ত তোমার প্রাণ-দণ্ড নকরোঁ, কারণ তুমি মোর পিতৃ দায়ূদর আগত প্রভু যিহোৱার চন্দুক বৈ নিছিলা, আরু মোর পিতৃর সকলো দুঃখভোগত তুমিও দুঃখ ভোগ করিছিলা। [২৭] এই রূপে, চীলোত এলীর বংশর অহিতে যিহোৱাই কোৱা বাক্য যেন সিদ্ধ হয়, এই নিমিত্তে চলোমনে অবিয়াথর পুরোহিতক যিহোৱার পুরোহিত-পদর পরা দূর করি দিলে। [২৮] পাছে সেই ঘটনার বার্ত্তা যোৱাবলৈ

আহিলত, তেওঁ যিহোৱাৰ তাম্বুৰ ভিতৰলৈ পলাই গৈ যজ্ঞবেদিৰ শিঙত ধৰি থাকিল; কিয়নো, যোৱাব যদিও অবচালোমৰ ফলীয়া নাছিল, তথাপি অদোনিয়াৰ ফলীয়া হৈছিল। [২৯] পাছে যোৱাব যিহোৱাৰ তাম্বুৰ ভিতৰলৈ পলাই গল, আৰু দেখা, তেওঁ যজ্ঞবেদিৰ কোষত আছে, এই বুলি কোনোবাই চলোমন ৰজাক কলত, তেওঁ যিহোয়াদাৰ পুত্ৰ বনায়াক পঠাই কলে, যোৱা, তাক আক্ৰমণ কৰা। [৩০] তেতিয়া বনায়াই যিহোৱাৰ তাম্বুলৈ গৈ তেওঁক কলে, ৰজাই কৈছে, তুমি বাহিৰলৈ আহাঁ; তাতে তেওঁ কলে, নহয়, ময় এই ঠাইতে মৰিম। তেতিয়া বনায়াই ৰজাক বাৰ্ত্তা দি কলে, যোৱাবে এনে তেনে কথা কলে, আৰু মোক এনে তেনে উত্তৰ দিলে। [৩১] তাতে ৰজাই কলে, তুমি তাৰ কথাৰ দৰেই কাৰ্য্য কৰা, তাক আক্ৰমণ কৰা, পাছত তাক মৈদাম দিবা; তাক কৰিলে, যোৱাবে যি নিৰ্দ্দোষীৰ ৰক্তপাত কৰিছিল, সেই ৰক্তপাতৰ দোষ তুমি মোৰ পৰা আৰু মোৰ পিতৃ-বংশৰ পৰা দূৰ কৰিবা। [৩২] আৰু যিহোৱাই তাৰ ৰক্তপাতৰ দোষ তাৰেই মূৰত থব; কিয়নো, সি মোৰ পিতৃ দায়ূদে নজনাকৈ, আপোনাতকৈ ধাৰ্ম্মিক আৰু উত্তম দুজন মানুহক, অৰ্থাৎ ইস্ৰায়েলৰ প্ৰধান সেনাপতি নেৰৰ পুত্ৰ অবনেৰক আৰু যিহূদাৰ প্ৰধান সেনাপতি যেথৰৰ পুত্ৰ অমাচাক আক্ৰমণ কৰি তৰোৱালৰ দ্বাৰায় বধ কৰিছিল। [৩৩] তেওঁবিলাকৰ ৰক্তপাতৰ দোষ যোৱাবৰ মূৰত আৰু তাৰ বংশৰ মূৰত সদাকাললৈকে থাকিব; কিন্তু দায়ূদলৈ, তেওঁৰ সন্তানবিলাকলৈ, তেওঁৰ বংশলৈ, আৰু তেওঁৰ সিংহাসনলৈ যিহোৱাৰ পৰা সৰ্ব্বদায় কুশল হব। [৩৪] তেতিয়া যিহোয়াদাৰ পুত্ৰ বনায়াই উঠি গৈ তেওঁক আক্ৰমণ কৰি বধ কৰিলে; পাছত অৰণ্যত তেওঁৰ নিজৰ ঘৰত তেওঁক মৈদাম দিয়া হল। [৩৫] পাছে ৰজাই তেওঁৰ পদত যিহোয়াদাৰ পুত্ৰ বনায়াক প্ৰধান সেনাপতি পাতিলে, আৰু ৰজাই অবিয়াথৰৰ পদত চাদোকক পুৰোহিত নিযুক্ত কৰিলে। [৩৬] তাৰ পাছে ৰজাই মানুহ পঠাই চিমিয়ীক মতাই আনি কলে, তুমি যিৰূচালেমত আপোনাৰ নিমিত্তে এটা ঘৰ সাজি ইয়াত বাস কৰাহি, আৰু ইয়াৰ পৰা কোনো ফালে নেযাবা। [৩৭] কিয়নো, তুমি যি দিনা বাহিৰ হৈ কিদ্ৰোণ জুৰী পাৰ হবা, সেই দিনাই অৱশ্যে তোমাৰ প্ৰাণ যাব, ইয়াকে জানিবা; তোমাৰ ৰক্তপাতৰ দোষ তোমাৰেই মূৰত থাকিব। [৩৮] তাতে চিমিয়ীয়ে ৰজাক কলে, এই কথা উত্তম; মোৰ প্ৰভু মহাৰাজে যেনেকৈ কলে, আপোনাৰ এই দাসে সেই দৰেই কৰিব। পাছে চিমিয়ীয়ে অনেক কাললৈকে যিৰূচালেমত বাস কৰিলে। [৩৯] কিন্তু তিনি বছৰৰ মূৰত চিমিয়ীৰ দুটা বন্দী পলাই মাখাৰ পুত্ৰ আখীচ নামেৰে গাতৰ ৰজাৰ ওচৰলৈ গল। তাতে দেখা, তোমাৰ বন্দীহঁত গাতত আছে, এই বুলি কোনোবাই চিমিয়ীক কলে; [৪০] তেতিয়া চিমিয়ীয়ে উঠি গাধ সজাই আপোনাৰ বন্দীবোৰ বিচাৰি গাতলৈ আখীচৰ ওচৰলৈ গৈ, গাতৰ পৰা আপোনাৰ বন্দীবোৰক আনিলে। [৪১] পাছে, চিমিয়ী যিৰূচালেমৰ পৰা গাতলৈ গৈ এতিয়া ঘূৰি আহিল, এই বুলি কোনোবাই চলোমনক জনালে। [৪২] তাতে ৰজাই মানুহ পঠাই চিমিয়ীক মতাই নি তাক কলে, যি দিনা তুমি বাহিৰ ওলাই কোনো ফালে যাবা, সেই দিনাই অৱশ্যে তোমাৰ প্ৰাণ যাব, ইয়াকে জানিবা, এই বুলি ময় জানো যিহোৱাৰ নামেৰে তোমাক শপথ দিয়া নাই? আৰু দৃঢ়ৰূপে জানো তোমাক কোৱা নাই? তাতে তুমি কৈছিলা, ময় যি শুনিলোঁ, সেয়ে উত্তম। [৪৩] তেন্তে যিহোৱাৰ নামেৰে দিয়া শপথ আৰু ময় তোমাক দিয়া আজ্ঞা তুমি কিয় পালন কৰা নাই? [৪৪] ৰজাই চিমিয়ীক আৰু কলে, মোৰ পিতৃ দায়ূদলৈ কৰা তোমাৰ যি দুষ্টতাৰ বিষয়ে তোমাৰ মনে সাক্ষ্য দিয়ে, তাক তুমি জানি আছা; এতেকে এতিয়া যিহোৱাই তোমাৰ দুষ্টতাৰ ফল তোমাৰ নিজ মূৰতে দিব। [৪৫] কিন্তু চলোমন ৰজাই আশীৰ্ব্বাদ পাব, আৰু যিহোৱাৰ সম্মুখত দায়ূদৰ সিংহাসন সদাকাললৈকে থিৰে থাকিব। [৪৬] পাছে ৰজাই যিহোয়াদাৰ পুত্ৰ বনায়াক আজ্ঞা কৰিলত, তেওঁ ওলাই গৈ তাক আক্ৰমণ কৰি বধ কৰিলে। এই ৰূপে চলোমনৰ হাতত ৰাজ্য দৃঢ় হল।

চলোমনৰ বিবাহ। গিবিয়োনত ঈশ্বৰে তেওঁক দৰ্শন দিয়া। তেওঁ এক বিচাৰ নিষ্পত্তি কৰা।

৩ পাছে চলোমনে মিচৰৰ ফৰৌণ ৰজাৰ লগত মিতিৰ কৰি, ফৰৌণৰ জীয়েকক বিয়া কৰি আনি, আপোনাৰ গৃহ, যিহোৱাৰ গৃহ, আৰু যিৰূচালেমৰ চাৰিওফালৰ গড় নিৰ্ম্মাণ কৰি নোহোৱালৈকে, তেওঁক দায়ূদৰ নগৰত ৰাখিলে। ২ কেৱল লোকবিলাকে নানা ওখ ঠাইত বলিদান কৰিছিল, কাৰণ সেই কাললৈকে যিহোৱাৰ নামৰ উদ্দেশে কোনো গৃহ নিৰ্ম্মাণ কৰা নাছিল। ৩ চলোমনে আপোন পিতৃ দায়ূদৰ বিধি অনুসাৰে আচৰণ কৰি যিহোৱাক প্ৰেম কৰিছিল; কেৱল ওখ ঠাইত তেওঁ বলিদান কৰিছিল আৰু ধূপ জ্বলাইছিল।

৪ পাছে ৰজাই বলিদান কৰিবৰ অৰ্থে গিবিয়োনলৈ গল, কিয়নো সেয়ে আটাইতকৈ প্ৰধান ওখ ঠাই আছিল; আৰু চলোমনে তাত থকা যজ্ঞবেদিৰ ওপৰত এক হাজাৰ হোম-বলি দিলে। ৫ গিবিয়োনতে যিহোৱাই ৰাতি সপোনত চলোমনক দৰ্শন দিলে; আৰু ঈশ্বৰে কলে, মই তোমাক কি বৰ দিম, তাক খোজা। ৬ তাতে চলোমনে কলে, তোমাৰ দাস মোৰ পিতৃ দায়ূদে তোমাৰ দৃষ্টিত সত্যতাৰে, ধাৰ্ম্মিকতাৰে, আৰু সৰল চিত্তেৰে যি আচৰণ কৰিলে, তুমি তেওঁক তাৰ দৰেই অতিশয় দয়া কৰিলা, বিশেষকৈ তেওঁক এই মহা-অনুগ্ৰহ কৰিলা, যে, আজিৰ দৰে তেওঁৰ সিংহাসনত বহিবলৈ তেওঁক এজন পুত্ৰ দিলা। ৭ এতিয়া হে মোৰ ঈশ্বৰ যিহোৱা, তুমি মোৰ পিতৃ দায়ূদৰ পদত তোমাৰ এই দাসক ৰজা পাতিলা; কিন্তু মই সৰু লৰা মাথোন; বাহিৰলৈ ওলাবলৈ আৰু ভিতৰলৈ সোমাবলৈকো নেজানো। ৮ আৰু তোমাৰ এই দাস তোমাৰ মনোনীত প্ৰজাবিলাকৰ মাজত আছে; সিবিলাক বাহুল্যৰ কাৰণে গণিব নোৱৰা অসংখ্য এক মহাজাতি। ৯ এতেকে তোমাৰ প্ৰজাবিলাকৰ বিচাৰ কৰিবৰ অৰ্থে, ভাল-বেয়া বুজিবলৈ তোমাৰ দাসক জ্ঞানযুক্ত মন দিয়া; কিয়নো যাৰ ভাৰ ববলৈ গধুৰ, তোমাৰ এনে জাতিৰ বিচাৰ কৰা কাৰ সাধ্য? ১০ চলোমনে এনে বৰ খোজাত, প্ৰভুৱে তেওঁৰ এই প্ৰাৰ্থনাত সন্তোষ পালে। ১১ আৰু ঈশ্বৰে তেওঁক কলে, তুমি এনে বৰ খুজিলা, তোমাৰ নিমিত্তে দীঘল আয়ুস নুখুজিলা, তোমাৰ নিমিত্তে ঐশ্বৰ্য্য নুখুজিলা, আৰু আপোন শত্ৰুৰ প্ৰাণ নুখুজিলা, কিন্তু গোচৰ শুনিবলৈ তোমাৰ নিমিত্তে জ্ঞান খুজিলা; ১২ এই কাৰণে দেখা, মই তোমাৰ বাক্যৰ দৰেই কৰিলোঁ। চোৱা, তোমাক মই এনে জ্ঞান আৰু বুদ্ধি থকা মন দিলোঁ, যে, তোমাৰ আগেয়ে তোমাৰ তুল্য কোনো হোৱা নাই, আৰু তোমাৰ পাছতো উৎপন্ন নহব; ১৩ তাৰ বাহিৰে, তুমি যি খোজা নাই, এনে ঐশ্বৰ্য্য আৰু মৰ্য্যাদা তোমাক দিলোঁ, যে, তোমাৰ সমস্ত জীৱনৰ কালত ৰজাবিলাকৰ মাজত কোনো তোমাৰ তুল্য নহব। ১৪ আৰু তোমাৰ পিতৃ দায়ূদে চলাৰ দৰে যদি তুমি মোৰ পথত চলি মোৰ বিধি আৰু আজ্ঞাবোৰ পালন কৰা, তেন্তে মই তোমাৰ আয়ুস দীঘল কৰিম। ১৫ পাছে চলোমনে সাৰ পাই দেখিলে, যে, সেয়ে সপোনহে। পাছে তেওঁ যিৰূচালেমলৈ আহি যিহোৱাৰ নিয়ম-চন্দুকৰ সন্মুখত থিয় হৈ হোম-বলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিলে, আৰু আপোনাৰ সকলো দাসবিলাকৰ নিমিত্তে এটা ভোজ পাতিলে।

১৬ সেই সময়ত দুজনী বেশ্যা তিৰুতা ৰজাৰ ওচৰলৈ আহি তেওঁৰ আগত থিয় হল। ১৭ আৰু প্ৰথম জনীয়ে কলে, হে মোৰ প্ৰভো, নিবেদন এই, মই আৰু এই জনী তিৰুতা দুয়ো, একে ঘৰতে থাকোঁ, আৰু মই এয়ে সৈতে ঘৰত থকা কালত মই এটী লৰা প্ৰসৱ কৰিলোঁ। ১৮ আৰু মই প্ৰসৱ কৰাৰ তৃতীয় দিনা এই জনী তিৰুতায়ো এটী লৰা প্ৰসৱ কৰিলে; তেতিয়া আমি একেলগে আছিলোঁ, ঘৰত আমাৰ লগত আন কোনো মানুহ নাছিল, ঘৰত অকল আমি দুজনী আছিলোঁ। ১৯ পাছে ৰাতি এইৰ লৰাটো মৰিল, কাৰণ এই তাৰ ওপৰত শুলে। ২০ তাতে এই মাজ নিশা উঠি, আপোনাৰ এই বেটী টোপনিত থাকোঁতে, মোৰ লৰাটী মোৰ কাষৰ পৰা নি নিজৰ বুকুত শুৱালে, আৰু নিজৰ মৰা লৰাটো আনি মোৰ বুকুত শুৱাই থলে। ২১ পাছে ৰাতিপুৱা পৰত মই মোৰ লৰাটীক পিয়াহ দিবলৈ উঠি দেখিলোঁ,

সি মৱা ; কিন্তু রাতিপুৱা মই তালৈকে চাই দেখিলোঁ, যে, সি মই জন্মোৱা লরা নহয় । [২২] দ্বিতীয় জনী তিরুতাই কলে, নহয়, জীয়া লরাটো মোর, মরা লরাটো তোর ; তাতে প্রথম জনীয়ে কলে, নহয় নহয়, মরাটো তোর, জীয়াটো মোর । এই রূপে সিহঁত দুয়ো জনীয়ে রজার আগত নিবেদন করিলে । [২৩] তেতিয়া রজাই কলে, এজনীয়ে কৈছে, জীয়া লরাটো মোর, মরা লরাটো তোর ; আরু আন জনীয়ে কৈছে, নহয় নহয়, মরা লরাটো তোর, জীয়া লরাটো মোর । [২৪] পাছে রজাই আজ্ঞা করিলে, মোলৈ এখন তরোৱাল আন ; তাতে রজার আগলৈ এখন তরোৱাল অনা হল । [২৫] তেতিয়া রজাই কলে, এই জীয়া লরাটো দুডোখর করি, এজনীক একাল, আরু আন জনীক একাল দে । [২৬] তেতিয়া জীয়া লরাটী যি জনী তিরুতার আছিল, মরমত সেই তিরুতার পেট পোরাত, তাই রজাক নিবেদন করি কলে, হে মোর প্রভো, বিনয় করোঁ, জীয়া লরাটী এইকে দিওক, লরাটীক কোনো মতেই বধ নকরিব ; কিন্তু আন জনীয়ে কলে, সি মোরো নহওক তোরো নহওক, তোমালোকে দুডোখর করা । [২৭] তেতিয়া রজাই উত্তর দি কলে, এই জনীকে জীয়া লরাটো দে, কোনো মতে বধ নকরিবি ; এই জনীয়েই তার মাক । [২৮] রজাই এই যি বিচার নিষ্পত্তি করিলে, ইয়াকে শুনি গোটেই ইস্রায়েলে রজালৈ ভয় করিলে ; কিয়নো সিবিলাকে দেখিলে, যে, বিচার করিবর অর্থে তেওঁর ভিতরত ঈশ্বরে দিয়া জ্ঞান আছে ।

চলোমনর বিষয়াবিলাক । তেওঁর পরাক্রম আরু জ্ঞান ।

**৪** চলোমন রজা গোটেই ইস্রায়েলর ওপরত রজা হল । [২] তেওঁর পাত্রমন্ত্রীবিলাকর নাম এই ; চাদোকর পুত্র অজরিয়া পুরোহিত আছিল ; [৩] চীচার পুত্র ইলীহোরফ আরু অহিয়া রাজলিখক আছিল ; অহীলূদর পুত্র যিহোচাফট ইতিহাসলিখক, [৪] যিহোয়াদার পুত্র বনায়া প্রধান সেনাপতি আরু চাদোক ও অবিয়াথর পুরোহিত আছিল ; [৫] আরু নাথনর পুত্র অজরিয়া বিষয়াবিলাকর ওপরত অধ্যক্ষ আছিল ; নাথনর পুত্র জাবূদ সভাসদ আরু রজার সুহৃদ বন্ধু আছিল ; [৬] আরু অহীচার রাজঘরগিরি, আরু অব্দার পুত্র আদোনীরাম বন্দীকাম করাবিলাকর ওপরত অধ্যক্ষ আছিল । [৭] আরু গোটেই ইস্রায়েলর ওপরত চলোমনে নিযুক্ত করা বার জন বিষয়া আছিল ; তেওঁবিলাকে রজার আরু রাজগৃহর নিমিত্তে খোৱা বস্তু যোগায় ; বছরর ভিতরত এমাহ এমাহর সমল যোগোৱা প্রতিজনর ভার আছিল । [৮] তেওঁবিলাকর নাম এই ; ইফ্রয়িম পর্ব্বতত বিন-হূর ; [৯] মাকচত, চাল্‌বীমত, বৈৎচেমচত, আরু এলোনবৈৎ-হাননত বিন-দেকর আছিল ; [১০] আরু অরুব্বোতত বিন-হেচদ, তেওঁর অধীনে চোকো আরু গোটেই হেফর প্রদেশ আছিল ; [১১] গোটেই দোর উপপর্ব্বতত অবীনাদব আছিল, তেওঁ চলোমনর জীয়েক টাফতক বিয়া করিলে ; [১২] আরু তানক, মগিদ্দো, আরু চর্ত্তনর ওচরত যিজ্রিয়েলর তলত থকা গোটেই বৈৎ-চান অর্থাৎ বৈৎ-চানর পরা আবেল-মহোলা আরু যক্‌মিয়ামর সিফাললৈকে, অহীলূদর পুত্র বানার অধিকার আছিল ; [১৩] রামোৎ-গিলিয়দত বিন-গেবর, তেওঁর অধীনে গিলিয়দত থকা মনচির পুত্র যায়ীরর আটাই গাঁও, আরু বাচানত থকা অর্গোব অঞ্চল অর্থাৎ গড়েরে বেষ্টিত আরু পিত্তলর ডাং থকা ষাইঠ্‌খন ডাঙর নগর আছিল ; [১৪] মহনয়িমত ইদ্দোর পুত্র অহীনাদব ; [১৫] নপ্তালীত অহীমাচ, তেওঁ চলোমনর জীয়েক বাচমতক বিয়া করিলে ; [১৬] আচেরত আরু বালোতত হূচয়র পুত্র বানা ; [১৭] ইচাখরত পারূহর পুত্র যিহোচাফট ; [১৮] বিন্যামীনত এলার পুত্র চিমিয়ী ; [১৯] আরু গিলিয়দ দেশত, অর্থাৎ ইমোরীয়াবিলাকর চীহোন রজার আরু বাচানর ওগ রজার দেশত উরীর পুত্র গেবর, সেই দেশত কেবল তেবেঁই বিষয়া আছিল । [২০] তেতিয়া যিহূদা আরু ইস্রায়েল সমুদ্রর তীরত থকা বালির নিচিনা অসংখ্য আছিল, আরু সিবিলাকে ভোজন-পান ও রঙ্গ-ধেমালি করিছিল ।

[২১] আরু ফরাৎ নদীরে পরা পলেষ্টীয়াবিলাকর দেশলৈ আরু মিচর দেশর সীমালৈকে, সকলো রাজ্যর ওপরত চলোমনে রাজত্ব করিছিল ; চলোমনর গোটেই আয়ুসর কালত

সিহঁতে তেওঁলৈ উপহাৰ আনিছিল, আৰু তেওঁৰ তলতীয়া হৈ থাকিল। [২২] চলোমনৰ প্ৰতিদিনৰ আহাৰীয় দ্ৰব্য ত্ৰিশ কোৰ উত্তম মিহি আটাগুড়ি, ত্ৰিশ কোৰ সাধাৰণ আটাগুড়ি, [২৩] দহোটা পুষ্ট গৰু, চৰণী ঠাইৰ পৰা অনা বিশ্‌টা আন গৰু আৰু এশ মেৰ; ইয়াৰ বাহিৰে হৰিণা, কৃষ্ণ-সাৰ, যহ্‌মূৰ পশু, আৰু পুষ্ট পক্ষী। [২৪] কিয়নো তেওঁ টিপ্‌চহৰ পৰা ঘচালৈকে ফৰাৎ নদীৰ ইপাৰে থকা সমুদায় দেশৰ, নদীৰ ইপাৰে থকা সকলো ৰজাৰ ওপৰত ৰাজত্ব কৰিলে। আৰু তেওঁৰ চাৰিওফালৰ অঞ্চলত শান্তি আছিল; [২৫] চলোমনৰ গোটেই ৰাজত্বৰ কালত, দানৰে পৰা বেৰ-চেবালৈকে, যিহূদা আৰু ইস্ৰায়েলৰ প্ৰতিজনে আপোন আপোন দ্ৰাক্ষালতাৰ, আৰু আপোন আপোন ডিমৰু গছৰ তলত নিৰ্ভয়ে বাস কৰিছিল। [২৬] চলোমনৰ ৰথৰ ঘোঁৰাৰ নিমিত্তে চল্লিশ হাজাৰ ঘোঁৰাশাল, আৰু বাৰ হাজাৰ অশ্বাৰোহী আছিল। [২৭] আৰু চলোমন ৰজাৰ নিমিত্তে, আৰু চলোমন ৰজাৰ মেজলৈ অহা সকলো-বিলাকৰ নিমিত্তে সেই প্ৰতিজন বিষয়াই আপোন আপোন নিৰূপিত মাহত খোৱা সমল যোগাইছিল, কোনো বস্তুত ক্ৰটি নকৰিছিল। [২৮] সিবিলাকৰ প্ৰতিজনে আপোন আপোন নিৰূপিত কাৰ্য্যৰ দৰে, সাধাৰণ আৰু বেগী ঘোঁৰাৰ নিমিত্তে, দিব লগীয়া ঠাইলৈ যৱ ধান আৰু খেৰ নি দিছিল।

[২৯] আৰু ঈশ্বৰে চলোমনক অতিশয় অধিক জ্ঞান আৰু বুদ্ধি দিলে, আৰু সমুদ্ৰৰ তীৰত থকা বালিৰ নিচিনা অধিক বিষয় ধৰিব পৰা বহল ডাঙৰ মন দিলে। [৩০] তাতে পূব দেশীয় সকলো লোকৰ জ্ঞান, আৰু মিচৰীয়া লোক-বিলাকৰ সকলো জ্ঞানতকৈ চলোমনৰ অধিক জ্ঞান হল। [৩১] কিয়নো তেওঁ সকলোতকৈ জ্ঞানবান; তেওঁ ইজ্ৰাহীয়া এথন, মাহোলৰ পুত্ৰ হেমন, কল্‌কোল, আৰু দৰ্দা, এইবিলাকত্‌-কৈয়ো অধিক জ্ঞানবান হল; তেওঁৰ যশস্যা চাৰিওফালে থকা সকলো জাতিবিলাকৰ মাজত ব্যাপি গল। [৩২] তেওঁ তিনি হাজাৰ নীতি-বাক্য কৈছিল; তেওঁৰ গীত এক হাজাৰ পাঁচোটা আছিল। [৩৩] তেওঁ লিবানোনত থকা এৰচ বৃক্ষৰ পৰা গড়ৰ গাত গজা এচোব বনলৈকে সকলো বৃক্ষৰ বিষয়ে কথা কৈছিল; তেওঁ পশু, পক্ষী, উৰগ জন্তু, আৰু মাছৰ বিষয়েও কথা কৈছিল। [৩৪] আৰু পৃথিবীত থকা যি যি ৰজাবিলাকে চলোমনৰ জ্ঞানৰ বাৰ্ত্তা শুনিছিল, সিবিলাকৰ ওচৰৰ পৰা সকলো দেশীয় লোকে চলোমনৰ জ্ঞানৰ বাক্য শুনিবলৈ আহিছিল।

মন্দিৰ-নিৰ্ম্মাণৰ আয়োজন।

৫ তাৰ পাছে, লোকবিলাকে চলোমনক আপোন পিতৃৰ সলনি ৰজা অভিষেক কৰা কথা তূৰৰ ৰজা হীৰমে শুনাত, তেওঁ চলোমনৰ ওচৰলৈ আপোনাৰ দাসবিলাকক পঠালে; কিয়নো দায়ূদে সৈতে হীৰমৰ সদায় বন্ধুতা আছিল। [২] তাতে চলোমনে হীৰমলৈ কৈ পঠালে, বোলে, [৩] আপুনি জানিছে, যে, মোৰ পিতৃ দায়ূদে আপোন ঈশ্বৰ যিহোৱাৰ নামৰ উদ্দেশে গৃহ নিৰ্ম্মাণ কৰিব নোৱাৰিলে; কিয়নো, যেতিয়ালৈকে যিহোৱাই তেওঁৰ শত্ৰু-বোৰক তৰিৰ তল নকৰিলে, তেতিয়ালৈকে তেওঁৰ চাৰিওফালে যুদ্ধ আছিল। [৪] আৰু এতিয়া মোৰ ঈশ্বৰ যিহোৱাই চাৰিওফালে মোক বিশ্ৰাম দিছে, কোনো শত্ৰু নাই, আৰু আপদ ঘটনাও একো নাই। [৫] আৰু দেখোক, ময় তোমাৰ পদত তোমাৰ যি পুত্ৰক তোমাৰ সিংহাসনত বহুৱাম, সিয়েই মোৰ নামৰ উদ্দেশে গৃহ নিৰ্ম্মাণ কৰিব, যিহোৱাই মোৰ পিতৃ দায়ূদৰ আগত এই যি কথা কৈছিল, তাৰ দৰে ময় আপোন ঈশ্বৰ যিহোৱাৰ নামৰ উদ্দেশে এটা গৃহ সাজিবলৈ মন কৰিছোঁ। [৬] এই হেতুকে আপুনি এতিয়া আপোনাৰ লোকবিলাকক মোৰ নিমিত্তে লিবানোনৰ পৰা এৰচ কাঠ কাটি আনিবলৈ আজ্ঞা কৰোক; আৰু মোৰ দাসবিলাক আপোনাৰ দাসবিলাকৰ লগত থাকিব; আৰু আপুনি যি কব, সেই দৰেই ময় আপোনাৰ দাসবিলাকৰ বেচ আপোনাক দিম। কিয়নো আপুনি জানিছে, যে, চীদো-নীয়াবিলাকৰ নিচিনা কাঠ কাটিব জনা মানুহ আমাৰ মাজত নাই। [৭] তাতে হীৰমে চলোমনৰ কথা শুনি বৰ আনন্দিত হৈ কলে, যি জনাই

সেই মহান জাতিৰ ওপৰত ৰাজত্ব কৰিবলৈ দায়ূদক এজন জ্ঞানী পুত্ৰ দান কৰিলে, আজি সেই যিহোৱা ধন্য। [৮] পাছে হীৰমে চলোমনৰ ওচৰলৈ কৈ পঠালে, বোলে, আপুনি যি কথা মোলৈ কৈ পঠালে, তাক মই শুনিলোঁ; মই এৰচ কাঠ আৰু দেবদাৰু কাঠৰ বিষয়ে আপোনাৰ মনৰ সকলো বাঞ্ছা সিদ্ধ কৰিম। [৯] মোৰ দাসবিলাকে লিবানোনৰ পৰা সেইবোৰ নমাই সাগৰলৈ আনিব; পাছে মই ভুৰ বান্ধি সমুদ্ৰপথে আপোনাৰ ঠিকনাৰ ঠাইলৈ পঠাই দিম; আৰু সেই ঠাইত ভুৰ মেলিলে, আপুনি তাক লব; আৰু আপুনি মোৰ ঘৰৰ নিমিত্তে খোৱা বস্তু যোগাই মোৰ বাঞ্ছা সিদ্ধ কৰিব। [১০] এই ৰূপে হীৰমে চলোমনৰ মনৰ সকলো বাঞ্ছাৰ দৰে এৰচ আৰু দেবদাৰু কাঠ দিলে। [১১] আৰু চলোমনে হীৰমৰ ঘৰৰ আহাৰৰ নিমিত্তে তেওঁক বিশ হাজাৰ কোৰ ঘেঁহু ধান, আৰু বিশ কোৰ নিৰ্ম্মল তেল দিলে; এই ৰূপে চলোমনে বছৰে বছৰে হীৰমক দিয়ে। [১২] আৰু যিহোৱাই আপোন প্ৰতিজ্ঞাৰ দৰে চলোমনক জ্ঞান দিলে; আৰু হীৰম ও চলোমন দুয়োৰো মাজত শান্তি আছিল, আৰু তেওঁবিলাক দুজনে এটা নিয়ম কৰিলে।

[১৩] পাছে চলোমন ৰজাই গোটেই ইস্ৰায়েলৰ মাজৰ পৰা বন্দী-কাম কৰিবলৈ মানুহ গোটালে; সেই গোট খোৱা লোক ত্ৰিশ হাজাৰ হল। [১৪] পাছে তেওঁ মাহেকীয়া পালক্ৰমে সিহঁতৰ দহ হাজাৰ লোকক লিবানোনলৈ পঠায়; সিহঁত এমাহ এমাহ লিবানোনত থাকে, আৰু দুমাহ দুমাহ ঘৰত থাকে; সেই গোটোৱা লোকবিলাকৰ ওপৰত আদোনীৰাম অধ্যক্ষ আছিল। [১৫] আৰু চলোমনৰ সত্তৰ হাজাৰ ভাৰ বোৱা লোক, আৰু পৰ্ব্বতত আশী হাজাৰ শিল-কটীয়া লোক আছিল। [১৬] তাৰ বাহিৰে কাম কৰা লোকবিলাকৰ ওপৰত চলোমনৰ তিনি হাজাৰ তিনি শ প্ৰধান বিষয়া আছিল। [১৭] আৰু ৰজাই আজ্ঞা কৰাত, সিহঁতে কটা-শিলৰ দ্বাৰায় গৃহৰ ভিত্তিমূল স্থাপন কৰিবৰ নিমিত্তে, বড় বড় শিল, বহুমূল্য শিল কাটি আনিলে। [১৮] চলোমনৰ আৰু হীৰমৰ ঘৰ-সজীয়া লোকবিলাক আৰু গিব্লীয়া লোকবিলাকে সেইবোৰ কাটিলে; এই ৰূপে সিহঁতে গৃহ নিৰ্ম্মাণ কৰিবলৈ কাঠ আৰু শিল যুগুত কৰিলে।

মন্দিৰ নিৰ্ম্মাণ কৰা।

৬ ইস্ৰায়েলৰ সন্তানবিলাক মিচৰ দেশৰ পৰা ওলাই অহাৰ চাৰি শ আশী বছৰৰ বছৰি, চলোমনে ইস্ৰায়েলৰ ওপৰত ৰাজত্ব কৰাৰ চতুৰ্থ বছৰৰ জীব নামেৰে দ্বিতীয় মাহত, চলোমনে যিহোৱাৰ গৃহ নিৰ্ম্মাণ কৰিবলৈ আৰম্ভ কৰিলে। [২] চলোমন ৰজাই যিহোৱাৰ উদ্দেশে যি গৃহ নিৰ্ম্মাণ কৰিলে, সেয়ে দীঘলে ষাইঠ হাত, বহলে বিশ হাত, আৰু ওখই বিশ হাত। [৩] সেই গৃহৰ মন্দিৰৰ আগত এক বাৰাণ্ডা আছিল; সেয়ে গৃহৰ বহল অনুসাৰে দীঘলে বিশ হাত, আৰু গৃহৰ আগত তাৰ বহল দহ হাত আছিল। [৪] আৰু গৃহৰ নিমিত্তে চিলিঙি দিয়া খিলিকি কৰিলে। [৫] আৰু তেওঁ গৃহৰ দেৱালৰ গাতে চাৰিওফালে, অৰ্থাৎ মন্দিৰৰ আৰু অন্তঃস্থানৰ চাৰিওফালে দেৱালৰ গাতে খাপ্‌খাপ্‌কৈ কুঠৰীবোৰ নিৰ্ম্মাণ কৰিলে; এই ৰূপে তেওঁ চাৰিওফালে কোষৰ কুঠৰীবোৰ সাজিলে। [৬] তাৰ তলৰ খাপৰ কুঠৰীবোৰ পাঁচ হাত বহল, মাজৰ খাপৰ কুঠৰীবোৰ ছহাত বহল, আৰু ওপৰ খাপৰ কুঠৰীবোৰ সাত হাত বহল কৰিলে; কিয়নো, চতিবোৰ যেন দেৱালত বন্ধ নহয়, এই নিমিত্তে তেওঁ বাহিৰে গৃহৰ চাৰিওফালে দেৱালবোৰত জখলাৰ দৰে খাপ খাপ কৰিলে। [৭] আৰু সেই গৃহ নিৰ্ম্মাণ কৰোঁতে, খানি উলিওৱা ঠাইত যুগুত কৰা শিলেৰে নিৰ্ম্মাণ কৰা হল; আৰু নিৰ্ম্মাণ কৰা কালত, গৃহৰ ভিতৰত হাতুড়ি বা বটালি আদি লোহাৰ অস্ত্ৰৰ শবদ শুনা নগল। [৮] আৰু মাজৰ খাপৰ কুঠৰীবোৰৰ দুৱাৰ গৃহৰ সোঁফালে আছিল, আৰু লোকবিলাকে পকোৱাপকি চিৰিয়েদি মাজৰ খাপলৈ উঠে, আৰু মাজৰ খাপৰ পৰা তৃতীয় খাপলৈ উঠে। [৯] এই ৰূপে তেওঁ গৃহ সাজি এঁটালে; তেওঁ এৰচ কাঠৰ কেঁচী আৰু তক্তাৰে গৃহ ঢাকিলে। [১০] আৰু খাপৰ কুঠৰীবোৰ হলে পাঁচ হাত ওখকৈ গৃহৰ গাতে চাৰিওফালে সাজিলে, আৰু সেইবোৰ এৰচ কাঠেৰে গৃহৰ লগ লগালে।

[১১] পাছে চলোমনর ওচরলৈ যিহোৱার বাক্য আহিল, বোলে, [১২] তুমি এই গৃহ সাজিছা, ভাল করিছা; যদি মোর সকলো বিধিমতে চলা, আরু মোর শাসন-প্রণালী সিদ্ধ করি, আরু মোর আটাই আজ্ঞা পালন করি সেই মতে কার্য্য করা, তেন্তে ময় তোমার পিতৃ দায়ূদক যি কৈছিলোঁ, মোর সেই বাক্য তোমার পক্ষে সিদ্ধ করিম। [১৩] ময় ইস্রায়েলর সন্তানবিলাকর মাজত বসতি করিম, আরু মোর প্রজা ইস্রায়েল লোকক ত্যাগ নকরিম।

[১৪] চলোমনে গৃহটী এই রূপে সাজি এঁটালে। [১৫] তেওঁ গৃহর ভিতরফালে দেৱালবোরর গাত এরচ কাঠর তক্তা দিলে; তেওঁ ভিতরে গৃহর মজিয়ার পরা ছটত দেৱাল লগা ঠাইলৈকে ভিতরফালে সেই কাঠেরে সেইবোর ঢাকিলে; আরু গৃহর মজিয়া দেবদারু কাঠেরে ঢাকিলে। [১৬] আরু গৃহর অন্তভাগর বিশ হাত জোখর ঠাইখন মজিয়ার পরা কেঁচীলৈকে এরচ কাঠেরে সাজিলে; এই রূপে তেওঁ ভিতরে অন্তঃস্থান অর্থাৎ অতি পবিত্রস্থান হবলৈ তাক যুগুত করিলে। [১৭] আরু গৃহটী অর্থাৎ অন্তঃস্থানর আগত থকা মন্দিরটী চল্লিশ হাত দীঘল আছিল। [১৮] ভিতরে গৃহর গাত কলি আরু মুকলি হোৱা ফুল কটা এরচ কাঠ আছিল; গোটেইটোত এরচ কাঠ্হে হল; কোনো শিল দেখা নগল। [১৯] আরু যিহোৱার নিয়ম-চন্দুক থবর নিমিত্তে ভিতরত গৃহর মাজত অন্তঃস্থান যুগুত করিলে। [২০] অন্তঃস্থানখন বিশ হাত দীঘল, বিশ হাত বহল, আরু বিশ হাত ওখ আছিল; তাত শুদ্ধ সোণর পতা মারিলে; আরু ধূপবেদিত এরচ কাঠ লগালে। [২১] এই রূপে চলোমনে গৃহর ভিতরত শুদ্ধ সোণর পতা মারিলে; আরু অন্তঃস্থানর আগত ইফালর পরা সিফাললৈকে সোণর শিকলিবোর লগালে; আরু তাত সোণর পতা মারিলে। [২২] গোটেইটো গৃহ সমাপ্ত নোহোৱালৈকে তেওঁ গোটেই গৃহত সোণর পতা মারি আছিল, আরু অন্তঃস্থানর ওচরত থকা বেদিতো সম্পূর্ণরূপে সোণর পতা মারিলে। [২৩] আরু তেওঁ অন্তঃস্থানর ভিতরত দহ হাত ওখ জিত কাঠর ছুটা করূব নির্ম্মাণ করিলে। [২৪] এটা করূবর এখন ডেউকা পাঁচ হাত, আরু আনখন ডেউকাও পাঁচ হাত; তাতে এখন ডেউকার আগর পরা আনখন ডেউকার আগলৈকে দহ হাত হল। [২৫] আরু দ্বিতীয় করূবরো দহ হাত; ছয়োটা করূব একে জোখর আরু একে আকারর। [২৬] প্রথম করূব দহ হাত ওখ, আরু দ্বিতীয় করূবো দহ হাত ওখ আছিল। [২৭] পাছে তেওঁ করূব ছুটা ভিতর-গৃহত স্থাপন করিলে; আরু করূব ছুটার ডেউকা এনেকৈ মেলিলে, যে, এটার ডেউকাই এখন দেৱাল, আনটোর ডেউকাই আনখন দেৱাল চুলে; আরু সেইবোরর ডেউকাই গৃহর মাজত ইটো সিটোক চুলে। [২৮] আরু তেওঁ করূব ছুটাত সোণর পতা মারিলে। [২৯] আরু গৃহটীর আটাইবোর দেৱালর গাত ভিতরে-বাহিরে চারিওফালে করূব, খাজুর গছ, আরু মুকলি হোৱা ফুলর আকৃতি কাটিলে; [৩০] আরু গৃহর মজিয়াত বাহিরে-ভিতরে সোণর পতা মারিলে। [৩১] আরু তেওঁ অন্তঃস্থানর প্রবেশস্থানর নিমিত্তে জিত কাঠর ছুৱার সাজিলে; আরু চৌকাঠর ওপরডাল আরু ছুই দাঁতির ছুডাল দেৱালর পাঁচ ভাগর এভাগ আছিল। [৩২] এই রূপে জিত কাঠর ছুৱার ছুখলপা সাজিলে; আরু তাত করূব, খাজুর গছ, আরু মুকলি হোৱা ফুলর আকৃতি কাটিলে, আরু সোণর পতা করি, সেই সোণ সেই করূব আরু খাজুর গছত লগালে। [৩৩] সেই রূপে তেওঁ মন্দিরর প্রবেশস্থানর নিমিত্তেও দেৱালর চারি ভাগর এভাগত জিত কাঠর চৌকাঠর ছুই দাঁতির ছুডাল করিলে; [৩৪] আরু দেবদারু কাঠর ছুখলপীয়া ছুৱার করিলে; এখলপাত ঘূরাব পরা ছুচলা তক্তা, আরু আন খলপাতো ঘূরাব পরা ছুচলা তক্তা আছিল; [৩৫] তাত করূব, খাজুর গছ, আরু মুকলি হোৱা ফুলর আকৃতি কাটিলে; আরু সোণর পতা করি, সেই সোণ সেই কটা-কামত লগালে। [৩৬] পাছে তেওঁ তিনি শারী কটা-শিল দি, আরু এশারী চারি সিরীয়া এরচ কাঠ দি ভিতর-চৌতাল করিলে। [৩৭] চতুর্থ বছরর জীব মাহত যিহোৱার গৃহর ভিত্তিমূল স্থাপন করা হল। [৩৮] আরু একাদশ বছরর বূল নামের অষ্টম মাহত নিরূপিত আকার অনুসারে সকলো

অংশতেই গৃহ নির্ম্মাণ কৰি এঁটোৱা হল। এই ৰূপে তেওঁ তাক নির্ম্মাণ কৰোঁতে সাত বছৰ লাগিল।

### ৰাজগৃহ আৰু মন্দিৰৰ স্তম্ভ আদি বস্তুবোৰ নির্ম্মাণ কৰা।

৭ পাছে চলোমনে আপোনাৰ গৃহ-নির্ম্মাণত তেৰ বছৰ লাগি, আপোনাৰ গোটেই গৃহ সাজি এঁটালে। ২ কিয়নো তেওঁ লিবানোনৰ কাঠনিৰ গৃহ সাজিলে; তাৰ দীঘে এশ হাত, বহলে পঞ্চাশ হাত, আৰু ওখই ত্রিশ হাত; তাক এৰচ কাঠৰ চতি লগোৱা এৰচ কাঠৰ চাৰি শাৰী খুঁটাৰ ওপৰত নির্ম্মাণ কৰিলে। ৩ খুঁটা-বোৰৰ ওপৰত শাৰীত পোন্ধৰটাকৈ পঞ্চল্লিশ খোঁটালী আছিল; তাৰ ওপৰত এৰচ কাঠৰ চাল আছিল। ৪ আৰু তিনি শাৰী খিলিকি, ওপৰাওপৰিকৈ তিনি শাৰী পোহৰ সোমোৱা বাট আছিল। ৫ খিলিকিয়ে সৈতে সকলো দুৱাৰ আৰু চৌকাঠবোৰ চাৰিচুকীয়া; আৰু ওপৰাওপৰিকৈ তিনি শাৰী পোহৰ সোমোৱা বাট আছিল। ৬ আৰু তেওঁ স্তম্ভ থকা পঞ্চাশ হাত দীঘল, আৰু ত্রিশ হাত বহল এক গৃহ, আৰু সেইবোৰৰ আগত এক বাৰাণ্ডা সাজিলে; আৰু সেইবোৰৰ আগত আন স্তম্ভ আৰু চিৰি আছিল। ৭ আৰু যি গৃহত তেওঁ বিচাৰ কৰিব, আপোনাৰ এনে সিংহাসনৰ গৃহ অর্থাৎ বিচাৰালয় সাজিলে; আৰু এক মজিয়াৰ পৰা আন মজিয়ালৈ এৰচ কাঠেৰে ঢকা হল। ৮ সেই গৃহৰ পাছফালে থকা আন চোঁতালত, নিজে বাস কৰা গৃহ সেই একে ৰূপেই সজা হল। আৰু চলোমনে বিবাহ কৰা ফৰৌণৰ জীয়েকৰ নিমিত্তেও সেই গৃহৰ নিচিনাকৈ এটা গৃহ সাজিলে। ৯ এই আটাইবোৰ তেওঁ ভিত্তিমূলৰ পৰা দেৱালৰ কাণলৈকে, আৰু বাহিৰে বড় চোঁতাললৈকে নানা পৰিমাণ অনুসাৰে ভিতৰে-বাহিৰে কৰতেৰে ফলা বটালিৰে কটা বহুমূলীয়া শিলেৰে নির্ম্মাণ কৰিলে। ১০ আৰু ভিত্তিমূলটো দহ হাত আৰু আঁঠ হাত জোখৰ বহুমূলীয়া ডাঙৰ ডাঙৰ শিলৰ আছিল। ১১ আৰু তাৰ ওপৰত নানা পৰিমাণ অনুসাৰে বহুমূল্য কটা-শিল আৰু এৰচ কাঠ আছিল। ১২ আৰু যিহোৱাৰ গৃহৰ ভিতৰ-চোঁতাল আৰু গৃহৰ বাৰাণ্ডাৰ দৰে, বড় চোঁতালৰ চাৰিওফালে তিনি শাৰী কটা-শিল আৰু এশাৰী চাৰি সিৰিয়া এৰচ কাঠ আছিল।

১৩ পাছে চলোমন ৰজাই মানুহ পঠাই তূৰৰ পৰা হীৰমক অনালে। ১৪ সেই হীৰম নপ্তালী ফৈদৰ এজনী বিধবাৰ পুত্র; তেওঁৰ বাপেক পিত্তলৰ কাম কৰা তূৰীয়া লোক আছিল; তেওঁ পিত্তলৰ সকলো প্রকাৰ কার্য্য কৰিবলৈ, জ্ঞান, বুদ্ধি, আৰু কৌশলেৰে পূৰ আছিল। পাছে তেওঁ চলোমন ৰজাৰ ওচৰলৈ আহি, তেওঁৰ সকলো কার্য্য কৰিলে। ১৫ কিয়নো তেওঁ পিত্তলৰ দুটা স্তম্ভ নির্ম্মাণ কৰিলে; সেইবোৰৰ প্রত্যেকটা আঁঠেৰ হাত ওখ; আৰু প্রত্যেক স্তম্ভ মেৰাবলৈ বাৰ হতীয়া সূতা লাগে। ১৬ আৰু সেই দুয়োটা স্তম্ভৰ মূৰত লগাবৰ নিমিত্তে, তেওঁ পিত্তলৰ দুটা মাথ্লা সাঁচত ঢালিলে; এটা মাথ্লা ওখই পাঁচ হাত, আনটো মাথ্লাও ওখই পাঁচ হাত। ১৭ আৰু স্তম্ভৰ মূৰৰ সেই মাথ্লাৰ নিমিত্তে চিলিঙিৰ দৰে জাল, আৰু শিকলিৰ দৰে পকোৱা মালা কৰা হল। তাৰ এটা মাথ্লাৰ কাৰণে সাত ধাৰ, আৰু আনটো মাথ্লাৰ কাৰণেও সাত ধাৰ কৰিলে। ১৮ এই ৰূপে তেওঁ স্তম্ভ দুটা সাজিলে; আৰু সেই স্তম্ভৰ মূৰৰ মাথ্লা ঢাকিবৰ নিমিত্তে জালৰ গোটেই মেৰে দুশাৰী ডালিম আছিল; আৰু আনটো মাথ্লাৰ নিমিত্তেও সেই ৰূপেই কৰিলে। ১৯ আৰু বাৰাণ্ডাত স্তম্ভ দুটাৰ মূৰৰ মাথ্লাত চাৰি হাতলৈকে কনাৰি ফুলৰ আকৃতি কৰা আছিল; ২০ জালৰ কোষৰ ঘূৰণীয়া ভাগৰ ওচৰত ওপৰে সেই স্তম্ভ দুটাৰ ওপৰত আৰু মাথ্লা আছিল; আৰু প্রত্যেক মাথ্লাত চাৰিওফালে সেই ডালিমবোৰ শাৰীশাৰীকৈ দুশ আছিল। ২১ পাছে তেওঁ সেই স্তম্ভ দুটা মন্দিৰৰ বাৰাণ্ডাত স্থাপন কৰিলে; আৰু তেওঁ সোঁফালৰ স্তম্ভ স্থাপন কৰি তাৰ নাম যাখীন থলে, আৰু বাঁওফালৰ স্তম্ভ স্থাপন কৰি তাৰ নাম বোৱজ ৰাখিলে। ২২ এই দুটা স্তম্ভৰ মূৰত কনাৰি ফুলৰ আকৃতি কৰা আছিল; এই ৰূপে স্তম্ভৰ কার্য্য সমাপ্ত হল। ২৩ পাছে তেওঁ সাঁচত ঢলা

এটা ঘূৰণীয়া সমুদ্ৰ-পাত্ৰ নিৰ্ম্মাণ কৰিলে সেয়ে এক কাণৰ পৰা আন কাণলৈকে দহ হাত, আৰু ওখই পাঁচ হাত; আৰু তাক মেৰাবলৈ ত্ৰিশ হতীয়া সূতা লাগে। ২৪ চাৰিও-ফালে কাণৰ তলে প্ৰত্যেক হাতৰ জোখৰ ভিতৰত দহোটা দহোটাকৈ, সমুদ্ৰ-পাত্ৰটো মেৰাই কলিৰ আকৃতি আছিল; আৰু পাত্ৰটো ঢলা সময়ত সেই কলি দুশাৰীকৈ সাঁচত ঢলা গৈছিল। ২৫ আৰু সেই সমুদ্ৰ-পাত্ৰটো বাৰটা গৰুৰ ওপৰত ৰখা হল; সেইবোৰৰ তিনিটাই পশ্চিমলৈ; তিনিটাই দক্ষিণলৈ, আৰু তিনিটাই পূবলৈ মুখ কৰিছিল; আৰু সেই সমুদ্ৰ-পাত্ৰটো সেইবোৰৰ ওপৰত বহুউৱা হল; আৰু সেই-বোৰৰ পাছফাল ভিতৰলৈ আছিল। ২৬ সেই পাত্ৰ চাৰি আঙুল ডাঠ; আৰু তাৰ কাণ বাটিৰ কাণ ও কনাৰি ফুলৰ নিচিনাকৈ কৰা হল; তাত দুই হাজাৰ বৎ ধৰে। ২৭ আৰু হীৰমে পিত্তলৰ দহোটা আধাৰ নিৰ্ম্মাণ কৰিলে; প্ৰত্যেক আধাৰ দীঘে চাৰি হাত, বহলে চাৰি হাত, আৰু ওখই তিনি হাত। ২৮ সেই আধাৰ-বোৰ এই ৰূপে কৰা হল; সেইবোৰৰ মাজ-ডোখৰ খাল পড়া আছিল; আৰু সেই খাল পড়া ঠাই বাৰৰ মাজে মাজে আছিল; ২৯ সেই বাৰৰ মাজৰ খাল পড়া ঠাইত সিংহ, গৰু, আৰু কৰূবৰ আকৃতি আছিল; আৰু ওপৰ-ভাগত বাৰৰ ওপৰে বৈঠক আছিল; আৰু সিংহ ও গৰুৰ তলত ওলমি থকা মালাৰ আকৃতি কৰা আছিল। ৩০ প্ৰত্যেক আধাৰত চাইটা চাইটা চাকা, আৰু পিত্তলৰ ধুৰা আছিল; তাৰ চাইটা খুৰাত প্ৰক্ষালন-পাত্ৰ-ধৰা আছিল; আৰু প্ৰক্ষালন-পাত্ৰ-ধৰাবোৰ প্ৰক্ষালন-পাত্ৰৰ তলত ঢলা আছিল; আৰু প্ৰত্যেকটাৰ দাঁতিত মালাৰ আকৃতি কৰা আছিল। ৩১ আৰু মাথলাৰ ভিতৰত আৰু ওপৰে তাৰ মুখ এহাত আছিল; কিন্তু তাৰ মুখ বৈঠকৰ আকৃতিৰ দৰে ঘূৰণীয়া আৰু ডেৰ হাত জোখৰ; আৰু তাৰ মুখৰ দাঁতিতো নক্চা কৰা আছিল। ৩২ আৰু চাকা চাইটা সেই খাল পড়া ঠাইবোৰৰ তলৰ, আৰু সেই চাকাৰ ধুৰা আধাৰৰ লগৰ আছিল; প্ৰত্যেক চাকা ডেৰ হাত ওখ। ৩৩ সেই চাকাবোৰ ৰথৰ চাকাৰ দৰে সজা হল, তাৰ ধুৰা, পুঠি, পাহি, আৰু মাদলি সকলো ঢলা আছিল। ৩৪ আৰু প্ৰত্যেক আধাৰৰ চাৰি চুকত চাইটা প্ৰক্ষালন-পাত্ৰ-ধৰা আছিল; সেই প্ৰক্ষালন-পাত্ৰ-ধৰাবোৰ আধাৰৰ লগৰ আছিল। ৩৫ সেই আধাৰৰ মূৰত আধা হাত ওখ ঘূৰণীয়া সাঁফৰ আছিল; আৰু আধাৰৰ ওপৰ-ভাগত থকা তাৰ ধৰণী আৰু তাৰ খাল পড়া ঠাইবোৰ তাৰ লগৰ আছিল। ৩৬ আৰু তেওঁ ধৰণী কেইচটাত, আৰু তাৰ খাল পড়া ঠাইবোৰত প্ৰত্যেকৰ ঠাই বুজি কৰূব, সিংহ, আৰু খাজুৰ গছবোৰ কাটিলে, আৰু চাৰিওফালে মালা কাটিলে। ৩৭ এই ৰূপে তেওঁ একে সাঁচতে একে জোখেৰে একে আকৃতিৰে পিত্তলৰ সেই দহোটা আধাৰ কৰিলে। ৩৮ পাছে হীৰমে পিত্তলৰ দহোটা প্ৰক্ষালন-পাত্ৰ সাজিলে; তাৰ প্ৰত্যেক পাত্ৰত চল্লিশ বৎ ধৰে; প্ৰত্যেক পাত্ৰ চাৰি হাত জোখৰ আছিল; আৰু সেই দহোটা আধাৰৰ এটা এটা আধাৰৰ ওপৰত এটা এটা পাত্ৰ থাকে; ৩৯ আৰু তেওঁ গৃহৰ সোঁকোষে পাঁচোটা আধাৰ, আৰু বাঁওকোষে পাঁচোটা আধাৰ ৰাখিলে; আৰু গৃহৰ সোঁকোষে পুবদিশে দক্ষিণফালে সমুদ্ৰ-পাত্ৰ স্থাপন কৰিলে। ৪০ সেই-বোৰ প্ৰক্ষালন-পাত্ৰ, ছাই উলিওৱা হেঁতা, আৰু তেজ ছটিওৱা পাত্ৰ হীৰমে নিৰ্ম্মাণ কৰিলে। এই ৰূপে হীৰমে চলোমন ৰজাৰ নিমিত্তে যিহোৱাৰ গৃহত কৰা আটাইবোৰ কাৰ্য্য কৰি এঁটালে। ৪১ সেই স্তম্ভ দুটা, সেই স্তম্ভৰ মূৰৰ মাথলাৰ ঘূৰণীয়া ভাগ দুটা, ৪২ সেই স্তম্ভৰ মূৰৰ মাথলাৰ ঘূৰণীয়া ভাগ দুটা ঢাকিবৰ অৰ্থে দুখন জাল, সেই দুখন জালৰ নিমিত্তে সেই চাৰি শ ডালিম অৰ্থাৎ স্তম্ভ দুটাৰ ওপৰৰ মাথলা দুটা ঢাকিবৰ অৰ্থে প্ৰত্যেক জালৰ নিমিত্তে দুশাৰী ডালিম, ৪৩ সেই দহোটা আধাৰ, সেই আধাৰৰ ওপৰৰ দহোটা প্ৰক্ষালন-পাত্ৰ, ৪৪ সেই সমুদ্ৰ-পাত্ৰ, সেই সমুদ্ৰ-পাত্ৰৰ তলৰ বাৰটা গৰু, ৪৫ ছাই পেলোৱা পাত্ৰ, ছাই উলিওৱা হেঁতা, আৰু তেজ ছটিওৱা পাত্ৰ, এই আটাইবোৰ হীৰমে চলোমন ৰজাৰ নিমিত্তে যিহোৱাৰ গৃহত চক্‌চকীয়া পিত্তলেৰে নিৰ্ম্মাণ কৰিলে। ৪৬ ৰজাই যৰ্দ্দনৰ সমথলত, চুক্কোৎ আৰু চৰ্তনৰ মাজত থকা আলতীয়া মাটিত তাক

চলালে। ৪৭ আৰু সেই পাত্ৰবোৰ অতি বহুৎ হোৱাৰ কাৰণে চলোমনে নোজোখাকৈ এৰিলে; তাৰ পিত্তলৰ ওজন কিমান, তাক জনা নগল। ৪৮ আৰু চলোমনে যিহোৱাৰ গৃহৰ সকলো বস্তু নিৰ্ম্মাণ কৰালে, অৰ্থাৎ সোণৰ বেদি, দৰ্শন-পিঠা থবৰ নিমিত্তে সোণৰ মেজ, ৪৯ অন্তঃস্থানৰ সম্মুখত সোঁফালে পাঁচোটা আৰু বাঁওফালে পাঁচোটা নিৰ্ম্মল সোণৰ দীপাধাৰ, সোণৰ ফুল, প্ৰদীপ, আৰু শলাকাণি-কটা, ৫০ নিৰ্ম্মল সোণৰ বাটি, কটাৰি, তেজ ছটিওৱা পাত্ৰ, পিয়লা, আৰু এঙ্গেৰুৱা-ধৰা, আৰু অন্তৰ্গৃহ অৰ্থাৎ মহাপবিত্ৰস্থানৰ দুৱাৰৰ নিমিত্তে, আৰু গৃহৰ অৰ্থাৎ মন্দিৰৰ দুৱাৰৰ নিমিত্তে সোণৰ কব্জা কৰিলে। ৫১ এই ৰূপে যিহোৱাৰ গৃহৰ নিমিত্তে চলোমনে কৰা সকলো কাৰ্য্য সমাপ্ত হল। পাছে চলোমনে আপোন পিতৃ দায়ূদে উৎসৰ্গ কৰি দিয়া ৰূপ, সোণ, আৰু পাত্ৰ আদি আটাই বস্তু অনাই যিহোৱাৰ গৃহৰ ভঁৰালত থলে।

চলোমনে মন্দিৰ প্ৰতিষ্ঠা কৰা।

৮ পাছে, চলোমনে দায়ূদৰ নগৰ অৰ্থাৎ চিয়োনৰ পৰা যিহোৱাৰ নিয়ম-চন্দুক আনিবৰ নিমিত্তে, ইস্ৰায়েলৰ বৃদ্ধবিলাকক আৰু ফৈদৰ মূল মানুহবিলাকক, ইস্ৰায়েলৰ সন্তানবিলাকৰ পিতৃ-বংশৰ অধ্যক্ষবিলাকক যিৰূচালেমত চলোমন ৰজাৰ ওচৰত গোট খুৱালে। ২ তাতে এথানীম নামেৰে সপ্তম মাহত উৎসৱৰ সময়ত ইস্ৰায়েলৰ সকলো লোকে চলোমন ৰজাৰ ওচৰলৈ আহি গোট খালে। ৩ পাছে ইস্ৰায়েলৰ সকলো বৃদ্ধ লোক আহিলত, পুৰোহিতবিলাকে চন্দুক তুলি ললে। ৪ আৰু সিবিলাকে যিহোৱাৰ চন্দুক, সাক্ষাৎ কৰা তাম্বু, আৰু তাম্বুৰ ভিতৰত থকা সকলো পবিত্ৰ বস্তু আনিলে; সেই সকলোকে পুৰোহিত আৰু লেবীয়াবিলাকে আনিলে। ৫ তাতে চলোমন ৰজাই তেওঁৰ ওচৰত গোট খোৱা ইস্ৰায়েলৰ গোটেই মণ্ডলীয়ে সৈতে, চন্দুকৰ আগত মেৰ গৰু আদি বলিদান কৰি আছিল; সেয়ে বাহুল্যৰ কাৰণে অসংখ্য আৰু অগণ্য আছিল। ৬ পাছে পুৰোহিতবিলাকে যিহোৱাৰ নিয়ম-চন্দুক গৃহৰ অন্তঃস্থানলৈ, অৰ্থাৎ মহাপবিত্ৰস্থানলৈ লৈ গৈ কৰূব দুটাৰ ডেউকাৰ তলত তাৰ নিজ ঠাইত স্থাপন কৰিলে। ৭ কিয়নো কৰূব দুটাই চন্দুকৰ ঠাইৰ ওপৰত ডেউকা মেলি থাকিছিল, আৰু কৰূব দুটাই চন্দুক আৰু তাৰ কাণমাৰি ঢাকি ধৰিছিল। ৮ সেই দুডাল কাণমাৰি ইমান দীঘল, যে, তাৰ মূৰ অন্তঃস্থানৰ আগত পবিত্ৰস্থানৰ পৰা দেখা যায়; কিন্তু তাক বাহিৰৰ পৰা দেখা নেযায়; সেইবোৰ আজিলৈকে সেই ঠাইত আছে। ৯ মিচৰ দেশৰ পৰা ইস্ৰায়েলৰ সন্তানবিলাক ওলাই অহা কালত, যিহোৱাই সিবিলাকে সৈতে এটা নিয়ম পতা সময়ত, হোৰেব পৰ্ব্বতত মোচিয়ে চন্দুকৰ ভিতৰত যি দুখন শিলৰ ফলি ৰাখিছিল, তাৰ বাহিৰে তাত আৰু একো নাছিল। ১০ পাছে, পুৰোহিতবিলাক পবিত্ৰস্থানৰ পৰা ওলাই আহিলতে, যিহোৱাৰ গৃহ মেঘেৰে এনেকৈ পৰিপূৰ্ণ হল, যে, ১১ তাৰ কাৰণে পুৰোহিতবিলাকে পৰিচৰ্য্যা কৰিবৰ অৰ্থে থিয় হব নোৱাৰা হল; কিয়নো যিহোৱাৰ গৃহ যিহোৱাৰ প্ৰতাপেৰে পৰিপূৰ্ণ আছিল।

১২ তেতিয়া চলোমনে কলে, যিহোৱাই ঘোৰ অন্ধকাৰত বাস কৰিব খুজিছে। ১৩ ময় স্বৰূপেই তোমাৰ নিমিত্তে এটা বাস কৰা গৃহ সাজিলোঁ, এয়ে যুগে যুগে তোমাৰ বাসস্থান হব, ১৪ এই বুলি ৰজাই মুখ ঘুৰাই ইস্ৰায়েলৰ গোটেই সমাজক আশীৰ্ব্বাদ কৰিলে; সেই সময়ত গোটেই ইস্ৰায়েল থিয় হৈ আছিল। ১৫ তেওঁ আৰু কলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা ধন্য; তেওঁ মোৰ পিতৃ দায়ূদক আপোন মুখে এই কথা কৈছিল, আৰু নিজ হাতেৰে আপোনাৰ এই বাক্য সিদ্ধও কৰিছিল, যে, ১৬ মোৰ প্ৰজা ইস্ৰায়েলক মিচৰৰ পৰা উলিয়াই অনা দিনৰে পৰা, ময় আপোন নাম ৰাখিবৰ নিমিত্তে গৃহ নিৰ্ম্মাণ কৰিবলৈ ইস্ৰায়েলৰ আটাই ফৈদৰ মাজৰ কোনো নগৰ মনোনীত কৰা নাই; কিন্তু মোৰ প্ৰজা ইস্ৰায়েলৰ ওপৰত অধ্যক্ষ হবৰ নিমিত্তে দায়ূদক মনোনীত কৰিলোঁ। ১৭ আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ নামৰ উদ্দেশে এটা গৃহ সাজিবলৈ মোৰ পিতৃ দায়ূদৰ মন আছিল। ১৮ কিন্তু যিহোৱাই মোৰ পিতৃ দায়ূদক কলে, মোৰ নামৰ উদ্দেশে এটা গৃহ সাজিবলৈ তুমি মন কৰিছা, ভাল কৰিছা; ১৯ তথাপি তুমি

সেই গৃহ নির্ম্মাণ করিবলৈ নেপাবা, কিন্তু তোমার ঔরসত উৎপন্ন হোবা তোমার পুত্রই মোর নামর উদ্দেশে সেই গৃহ নির্ম্মাণ করিব। ২০ এই বাক্য যিহোবাই কৈছিল, আরু তেওঁ তাক সাফল্যো করিলে; কিয়নো যিহোবার প্রতিজ্ঞা অনুসারে ময় আপোন পিতৃ দায়ূদর পদত নিযুক্ত হৈ, আরু ইস্রায়েলর সিংহাসনর ওপরত বহি, ইস্রায়েলর ঈশ্বর যিহোবার নামর উদ্দেশে এই গৃহ নির্ম্মাণ করিলোঁ। ২১ আরু যিহোবাই আমার পূর্ব্বপুরুষবিলাকক মিচর দেশর পরা উলিয়াই অনা কালত সিবিলাকে সৈতে করা নিয়মটী থকা যি চন্দুক, তার নিমিত্তে ময় ইয়াত এটা ঠাই যুগুত করিলোঁ।

২২ পাছে চলোমনে ইস্রায়েলর গোটেই সমাজর সাক্ষাতে যিহোবার যজ্ঞবেদির আগত থিয় হল, আরু স্বর্গর ফাললৈ হাত মেলিলে। ২৩ আরু তেওঁ কলে, হে ইস্রায়েলর ঈশ্বর যিহোবা, ওপরত থকা স্বর্গত আরু তলত থকা পৃথিবীত তোমার তুল্য ঈশ্বর নাই; সকলো হৃদয়েরে তোমার আগত আচরণ করোঁতা তোমার দাসবিলাকলৈ তুমি দয়া আরু নিয়মটী রক্ষা করোঁতা; ২৪ তোমার দাস মোর পিতৃ দায়ূদলৈ তুমি যি প্রতিজ্ঞা করিছিলা, তাক তুমি তেওঁলৈ পালন করিলা; এনে কি, তুমি মুখেরে কৈ আজির দরে আপোন হাতেরে তাক সিদ্ধও করিলা। ২৫ এই হেতুকে এতিয়া হে ইস্রায়েলর ঈশ্বর যিহোবা, তুমি মোর আগত যেনেকৈ চলিলা, তোমার সন্তানবিলাকে কেবল যদি মোর আগত সেই রূপে চলিবলৈ আপোন আপোন পথত সাবধানে থাকে, তেনে হলে, মোর দৃষ্টিত ইস্রায়েলর সিংহাসনর ওপরত বহিবলৈ তোমার সম্বন্ধীয় মানুহর অভাব নহব, এই বুলি তোমার দাস মোর পিতৃ দায়ূদর আগত যি প্রতিজ্ঞা করিছিলা, তাক তোমার দাসলৈ পালন করা। ২৬ এতিয়া হে ইস্রায়েলর ঈশ্বর, ময় বিনয় করোঁ, তোমার দাস মোর পিতৃ দায়ূদক তুমি যি বাক্য কৈছিলা, সেয়ে সাফল্য হওক। ২৭ কিন্তু বাস্তবিকে ঈশ্বরে পৃথিবীত বাস করিব নে? দেখা, স্বর্গই আরু স্বর্গরো স্বর্গই তোমাক ধারণ করিব নোবারে, তেন্তে ময় নির্ম্মাণ করা গৃহই জানো পারিব? ২৮ তথাপি, হে মোর ঈশ্বর যিহোবা, এই গৃহর ফাললৈ, মোর নাম তাত হব বুলি এই যি ঠাইর বিষয়ে তুমি কৈছিলা, এই ঠাইর ফাললৈ তোমার চকু যেন দিনে-রাতিয়ে মুকলি হৈ থাকিব, ২৯ এই নিমিত্তে, তোমার দাসে এই ঠাইর ফাললৈ মুখ করি করা প্রার্থনা শুনিবলৈ, তুমি তোমার দাসর প্রার্থনা আরু মিনতি গ্রাহ্য করি, তোমার দাসে আজি তোমার আগত করা কাতরোক্তি আরু প্রার্থনালৈ কাণ দিয়া। ৩০ আরু যেতিয়া তোমার দাস ও তোমার প্রজা ইস্রায়েলে এই ঠাইর ফাললৈ মুখ করি প্রার্থনা করিব, তেতিয়া তুমি সিবিলাকর মিনতিলৈ কাণ দিবা, এনে কি, তুমি আপোন বাসস্থান স্বর্গত থাকি তাক শুনিবা, আরু শুনি ক্ষমা করিবা। ৩১ কোনোবে আপোন চুবুরীয়ার অহিতে পাপ করিলে, যদি তাক এক শপথ খাবলৈ দিয়া যায়, আরু সি আহি এই গৃহত তোমার যজ্ঞবেদির আগত শপথ খায়, ৩২ তেন্তে তুমি স্বর্গত থাকি তাক শুনিবা; আরু কার্য্য করি, তোমার দাসবিলাকর বিচার নিষ্পত্তি করি, দোষীক দোষী করি তার কর্ম্মর ফল তার মূরত দিবা, আরু নির্দ্দোষীক নির্দ্দোষী করি তার ধার্ম্মিকতার ফল তাক দিবা। ৩৩ তোমার প্রজা ইস্রায়েলে তোমার বিরুদ্ধে পাপ করার কারণে শত্রুর আগত ঘটার পাছে, যদি তোমালৈ ঘূরি তোমার নাম স্বীকার করি এই গৃহত তোমার আগত প্রার্থনা আরু মিনতি করে, ৩৪ তেন্তে তুমি স্বর্গত থাকি তাক শুনি আপোন প্রজা ইস্রায়েলর পাপ ক্ষমা করিবা, আরু তুমি সিবিলাকর পূর্ব্বপুরুষবিলাকক দিয়া দেশলৈ সিবিলাকক ওলোটাই আনিবা। ৩৫ সিবিলাকে আপোনাবিলাকর অহিতে পাপ করার কারণে যেতিয়া আকাশ বন্ধ হোবাত বরষুণ নাইকিয়া হব, তেতিয়া যদি সিবিলাকে এই ঠাইর ফাললৈ মুখ করি প্রার্থনা করে, আরু তুমি সিবিলাকক দুঃখ দিয়া সময়ত তোমার নাম স্বীকার করি আপোন আপোন পাপর পরা ঘূরে, ৩৬ তেন্তে তুমি স্বর্গত থাকি তাক শুনিবা, আরু তোমার দাসবিলাকর ও আপোন প্রজা ইস্রায়েলর পাপ ক্ষমা করি, সিবিলাকে যাব লগীয়া সজ পথর বিষয়ে সিবিলাকক শিক্ষা দিয়া,

আৰু তুমি আপোন লোকবিলাকক আধিপত্যৰ অৰ্থে দিয়া দেশত বৰষুণ বৰষাবা। [৩৭] দেশৰ মাজত যদি আকাল কি মহামাৰী হয়, শস্য ককৰ্ত্ত-নীয়া কি ৰঙামূৰীয়া হয়, নাইবা ফৰিং কি পোক হয়, আৰু যদি সিবিলাকৰ শত্ৰুৱে সিবিলাকৰ দেশৰ নগৰবোৰত সিবিলাকক অৱৰোধ কৰে, [৩৮] তেন্তে যি কোনো আপদ বা ৰোগ হওক, যদি কোনো মানুহে, বা তোমাৰ প্ৰজা ইস্ৰায়েলৰ মাজৰ কোনো লোকে আপোন মনৰ পীড়া জানি এই গৃহৰ ফাললৈ আপোন হাত মেলে, [৩৯] তেন্তে তাৰ যি কোনো প্ৰাৰ্থনা কি মিনতি হওক, তুমি আপোন বাসস্থান স্বৰ্গত থাকি তাক শুনিবা, ক্ষমা কৰিবা, আৰু কাৰ্য্য কৰি প্ৰতিজন লোকৰ মন জানি, (কিয়নো তুমি, কেৱল তুমিহে আটাই মনুষ্য-সন্তানবিলাকৰ মন জানা;) সিবিলাকৰ আপোন আপোন কৰ্ম্মৰ দৰে ফল দিবা; [৪০] আমাৰ পূৰ্ব্বপুৰুষবিলাকক তুমি দিয়া দেশত সিবিলাকে জীয়াই থকা আটাই দিনত তোমাক ভয় কৰিবৰ নিমিত্তেই তাকে কৰিবা। [৪১] অধিকন্তু তোমাৰ প্ৰজা ইস্ৰায়েল লোকৰ মাজৰ নোহোৱা পৰজাতীয় লোকে যেতিয়া তোমাৰ নামৰ গুণে দূৰ দেশৰ পৰা আহিব, [৪২] (কিয়নো সিঁহতে তোমাৰ মহান নাম, বলৱান হাত, আৰু মেলা বাহুৰ কথা শুনিব;) আৰু আহি এই গৃহৰ ফাললৈ মুখ কৰি প্ৰাৰ্থনা কৰিব, [৪৩] তেতিয়া, তোমাৰ প্ৰজা ইস্ৰায়েলৰ দৰে তোমাক ভয় কৰিবৰ অৰ্থে, পৃথিবীৰ আটাই জাতিয়ে যেন তোমাৰ নাম জানিব, আৰু মই সজা এই গৃহ যে তোমাৰ নামেৰে প্ৰখ্যাত, তাক যেন জানিব, এই নিমিত্তে তোমাৰ বাসস্থান স্বৰ্গত থাকি তাক শুনিবা, আৰু সেই বিদেশী লোকে তোমালৈ কৰা আটাই প্ৰাৰ্থনাৰ দৰে তালৈ কাৰ্য্য কৰিবা। [৪৪] আৰু তুমি আপোন প্ৰজাক যি কোনো বাটেদি পঠোৱা, সেই বাটেদি যদি সিবিলাকে আপোনাবিলাকৰ শত্ৰুৰে সৈতে যুদ্ধ কৰিবলৈ ওলাই যায়, আৰু তোমাৰ মনোনীত নগৰৰ ফাললৈ আৰু তোমাৰ নামৰ নিমিত্তে মই সজা গৃহৰ ফাললৈ মুখ কৰি যিহোৱাৰ আগত প্ৰাৰ্থনা কৰে, [৪৫] তেন্তে তুমি স্বৰ্গত থাকি সিবিলাকৰ প্ৰাৰ্থনা আৰু মিনতি শুনি, সিবিলাকৰ বিচাৰ নিষ্পত্তি কৰিবা। [৪৬] আৰু সিবিলাকে যদি তোমাৰ বিৰুদ্ধে পাপ কৰে, (কিয়নো পাপ নকৰা মানুহ কোনো নাই;) আৰু তুমি সিবিলাকলৈ ক্ৰুদ্ধ হৈ সিবিলাকক শত্ৰুৰ হাতত সোধাই দিয়া, তাতে যদি সিবিলাকৰ শত্ৰুবোৰে সিবিলাকক বন্দী কৰি দূৰত বা ওচৰত থকা শত্ৰুৰ দেশলৈ লৈ যায়, [৪৭] তথাপি সিবিলাকক বন্দী কৰি নিয়া দেশত যদি সিবিলাকে মনত বিবেচনা কৰি ঘূৰি, সিবিলাকক বন্দী কৰি নিয়াবিলাকৰ দেশত থাকি তোমাৰ আগত প্ৰাৰ্থনা কৰি, আমি পাপ কৰিলোঁ, আমি অপথে গলোঁ, আমি কুকৰ্ম্ম কৰিলোঁ, [৪৮] এই বুলি সিবিলাকক বন্দী কৰি নিয়া আপোনাবিলাকৰ শত্ৰুৰ দেশত সকলো মনে সকলো চিত্তে তোমালৈ উলটি, সিবিলাকৰ ওপৰ-পিতৃবিলাকক তুমি দিয়া সিবিলাকৰ দেশৰ ফাললৈ, তোমাৰ মনোনীত নগৰৰ ফাললৈ, আৰু তোমাৰ নামৰ নিমিত্তে মই নিৰ্ম্মাণ কৰা গৃহৰ ফাললৈ মুখ কৰি যদি তোমাৰ আগত প্ৰাৰ্থনা কৰে, [৪৯] তেন্তে তুমি আপোন বাসস্থান স্বৰ্গত থাকি সিবিলাকৰ প্ৰাৰ্থনা আৰু মিনতি শুনি, সিবিলাকৰ বিচাৰ নিষ্পত্তি কৰিবা; [৫০] আৰু তোমাৰ বিৰুদ্ধে পাপ কৰা তোমাৰ প্ৰজাবিলাকক ক্ষমা কৰিবা, আৰু তোমাৰ বিৰুদ্ধে কৰা সিবিলাকৰ সকলো অপৰাধ ক্ষমা কৰিবা; আৰু সিবিলাকক বন্দী কৰি নিয়াবিলাকে যেন সিবিলাকক দয়া কৰিব, এই নিমিত্তে সিবিলাকলৈ সিহঁতৰ দয়া জন্মাবা। [৫১] কিয়নো সিবিলাক লোহাৰ কুণ্ডস্বৰূপ মিচৰ দেশৰ পৰা অনা তোমাৰ প্ৰজা আৰু তোমাৰ আধিপত্য। [৫২] তোমাৰ দাস আৰু তোমাৰ প্ৰজা ইস্ৰায়েল লোকবিলাকে যি কোনো সময়ত প্ৰাৰ্থনা কৰিব, সেই সময়ত সিবিলাকৰ প্ৰাৰ্থনালৈ কাণ দিবলৈ তোমাৰ দাস আৰু তোমাৰ প্ৰজাৰ সেই মিনতিলৈ তোমাৰ চকু যেন মুকলি হৈ থাকে, এই নিমিত্তে সিবিলাকৰ প্ৰাৰ্থনা শুনিবা। [৫৩] কিয়নো, হে প্ৰভু যিহোৱা, আমাৰ ওপৰ-পিতৃবিলাকক মিচৰ দেশৰ পৰা অনা কালত তোমাৰ দাস মোচিৰ দ্বাৰায় যেনেকৈ কৈছিলা, তেনেকৈ তোমাৰ আধিপত্য হবলৈ সিবিলাকক পৃথিবীৰ আটাই জাতি-বিলাকৰ পৰা তুমিয়েই পৃথক কৰিলা।

[৫৪] যিহোৱাৰ আগত এই গোটেই প্ৰাৰ্থনা আৰু নিবেদন কৰি এঁটোৱা হলত, চলোমনে যিহোৱাৰ যজ্ঞবেদিৰ সম্মুখত স্বৰ্গৰ ফাললৈ হাত মেলি আঁঠু পাৰি থকাৰ পৰা উঠি থিয় হৈ, [৫৫] বৰ মাতেৰে এই কথা কৈ ইস্ৰায়েলৰ গোটেই সমাজক আশীৰ্ব্বাদ কৰিলে, [৫৬] যি জনাই আপোনাৰ সকলো প্ৰতিজ্ঞা অনুসাৰে আপোনাৰ প্ৰজা ইস্ৰায়েলক বিশ্ৰাম দিছে, সেই যিহোৱা ধন্য হওক; তেওঁ আপোন দাস মোচিৰ দ্বাৰায় যি প্ৰতিজ্ঞা কৰিছিল, সেই উত্তম প্ৰতিজ্ঞাৰ এটী কথাও বিফল হোৱা নাই। [৫৭] আৰু আমাৰ ঈশ্বৰ যিহোৱা যেনেকৈ আমাৰ ওপৰ-পিতৃবিলাকৰ লগত আছিল, তেনেকৈ তেওঁ আমাৰো লগত থাকোক; আমাক ত্যাগ নকৰোক, আমাক এৰি নেযাওক। [৫৮] তেওঁৰ সকলো পথত চলিবলৈ, আৰু আমাৰ পূৰ্ব্ব-পুৰুষবিলাকক দিয়া তেওঁৰ আজ্ঞা, বিধি, আৰু শাসন-প্ৰণালীবোৰ পালন কৰিবলৈ আমাৰ মন নিজলৈ আকৰ্ষণ কৰোক। [৫৯] আৰু যিহোৱাই যে ঈশ্বৰ, তেওঁৰ বাহিৰে আৰু কোনো ঈশ্বৰ নাই, ইয়াক পৃথিৱীৰ সকলো জাতিয়ে জানিবৰ নিমিত্তে, দিনে দিনে যেনে প্ৰয়োজন, [৬০] তেনেকৈ তেওঁ আপোন দাস আৰু আপোন প্ৰজা ইস্ৰায়েলৰ বিচাৰ নিষ্পত্তি কৰিবলৈ, এই যি সকলো কথাৰ দ্বাৰায় ময় যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলোঁ, মোৰ এই সকলো কথা দিনে-ৰাতিয়ে আমাৰ ঈশ্বৰ যিহোৱাৰ আগত উপস্থিত হৈ থাকোক। [৬১] এই হেতুকে আজিৰ দৰে তেওঁৰ বিধিমতে আচৰণ কৰিবলৈ, আৰু তেওঁৰ আজ্ঞা পালন কৰিবলৈ আমাৰ ঈশ্বৰ যিহোৱাৰ আগত তোমালোকৰ মন সিদ্ধ হওক। [৬২] পাছে ৰজা আৰু তেওঁৰে সৈতে গোটেই ইস্ৰায়েলে যিহোৱাৰ সাক্ষাতে বলিদান কৰিলে। [৬৩] আৰু চলোমনে যিহোৱাৰ উদ্দেশে দিয়া মঙ্গলাৰ্থক বলিস্বৰূপে বাইশ হাজাৰ গৰু, আৰু এক লাখ বিশ হাজাৰ মেৰ ও ছাগ উৎসৰ্গ কৰিলে। এই ৰূপে ৰজা আৰু ইস্ৰায়েলৰ সকলো সন্তানে যিহোৱাৰ গৃহ প্ৰতিষ্ঠা কৰিলে। [৬৪] সেই দিনা ৰজাই যিহোৱাৰ গৃহৰ সম্মুখত থকা চোঁতালৰ মাজ ভাগ পবিত্ৰ কৰিছিল; কিয়নো সেই ঠাইতেই তেওঁ হোম-বলি, ভক্ষ্য নৈবেদ্য, আৰু মঙ্গলাৰ্থক বলিৰ তেল উৎসৰ্গ কৰিছিল; কাৰণ হোম-বলি, ভক্ষ্য নৈবেদ্য, আৰু মঙ্গলাৰ্থক বলিৰ তেল ধৰিবলৈ যিহোৱাৰ সম্মুখত থকা পিত্তলৰ যজ্ঞবেদি সৰু আছিল। [৬৫] এই ৰূপে সেই সময়ত চলোমন আৰু তেওঁৰ লগৰ গোটেই ইস্ৰায়েলে হমাতৰ প্ৰবেশস্থানৰ পৰা মিচৰ-জুৰীলৈকে মহাসমাজ হৈ, সাত দিন আৰু সাত দিন, চৌদ্ধ দিন আমাৰ ঈশ্বৰ যিহোৱাৰ সাক্ষাতে উৎসৱ কৰিলে। [৬৬] পাছে অষ্টম দিনা তেওঁ লোকবিলাকক বিদায় দিলত, সিবিলাকে ৰজাক ধন্যবাদ কৰি, যিহোৱাই আপোন দাস দায়ূদ, আৰু আপোন প্ৰজা ইস্ৰায়েল লোকবিলাকলৈ কৰা মঙ্গলৰ কাৰণে আনন্দিত আৰু সন্তুষ্ট হৈ আপোন আপোন তাম্বুলৈ গুচি গল।

ঈশ্বৰে চলোমনৰ প্ৰাৰ্থনাৰ উত্তৰ দিয়া। চলোমনে বন্দী-কামৰ নিমিত্তে মানুহ গোটোৱা। নগৰ আদি নিৰ্ম্মাণ কৰা।

**৯** পাছে চলোমনে যিহোৱাৰ গৃহ, ৰাজগৃহ, আৰু আপোন ইচ্ছামতে যি যি কৰ্ম্ম কৰিবলৈ তেওঁ স্থিৰ কৰিছিল, সেই আটাইকে কৰি এঁটালত, [২] যিহোৱাই গিবিয়োনত দৰ্শন দিয়াৰ দৰে, চলোমনক দ্বিতীয়বাৰ দৰ্শন দিলে। [৩] আৰু যিহোৱাই তেওঁক কলে, তুমি মোৰ আগত কৰা তোমাৰ প্ৰাৰ্থনা আৰু মিনতি ময় শুনিলোঁ; তুমি নিৰ্ম্মাণ কৰা এই গৃহত মোৰ নাম সদাকাললৈকে স্থাপন কৰিবৰ নিমিত্তে ময় তাক পবিত্ৰ কৰিলোঁ, আৰু সদায় এই ঠাইলৈ মোৰ চকু আৰু ইয়াত মোৰ মন থাকিব। [৪] আৰু তুমিও যদি তোমাৰ পিতৃ দায়ূদৰ দৰে একান্ত মনে সৰলভাৱে মোৰ সাক্ষাতে চলি, ময় তোমাক দিয়া সকলো আজ্ঞা অনুসাৰে কাৰ্য্য কৰা, আৰু মোৰ বিধি ও শাসন-প্ৰণালীবোৰ পালন কৰা, [৫] তেন্তে, ইস্ৰায়েলৰ সিংহাসনৰ ওপৰত বহিবলৈ তোমাৰ সম্বন্ধীয় মানুহৰ অভাৱ নহব, এই কথা কৈ তোমাৰ পিতৃ দায়ূদৰ আগত ময় প্ৰতিজ্ঞা কৰাৰ দৰে, ময় ইস্ৰায়েলৰ ওপৰত তোমাৰ ৰাজসিংহাসন সদাকাললৈকে স্থাপন কৰিম। [৬] কিন্তু যদি তোমালোকে, বা তোমালোকৰ

সন্তানবিলাকে কোনো ৰূপে মোৰ পাছত চলাৰ পৰা ঘূৰা, আৰু তোমালোকৰ আগত স্থাপন কৰা মোৰ আজ্ঞা আৰু বিধিবোৰ পালন নকৰা, কিন্তু চলি গৈ ইতৰ দেৱতাবোৰক সেৱাপূজা কৰা, আৰু সিহঁতৰ আগত প্ৰণিপাত কৰা, ৭ তেন্তে ময় ইস্ৰায়েলক দিয়া দেশৰ পৰা সিবিলাকক উচ্ছন্ন কৰিম, আৰু আপোন নামৰ নিমিত্তে ময় পবিত্ৰ কৰা এই গৃহ আপোন দৃষ্টিৰ পৰা দূৰ কৰিম, তাতে সকলো জাতিৰ মাজত ইস্ৰায়েল দৃষ্টান্ত আৰু বিদ্ৰূপৰ বিষয় হব। ৮ আৰু এই গৃহ ইমান ওখ হলেও, যি কোনো লোক ইয়াৰ ওচৰেদি যাব, সি আশ্চৰিত মানিব, আৰু ইচ ইচ কৰিব; আৰু লোকে সুধিব, এই দেশলৈ আৰু এই গৃহলৈ যিহোৱাই কিয় এই ৰূপ কাৰ্য্য কৰিলে? ৯ তাতে লোকে কব, ইহঁতৰ পূৰ্ব্বপুৰুষবিলাকক মিচৰ দেশৰ পৰা বাহিৰ কৰি অনা আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাক ইহঁতে ত্যাগ কৰিলে, আৰু ইতৰ দেৱতাবোৰত আসক্ত হৈ সেইবোৰৰ আগত প্ৰণিপাত কৰিলে, সেইবোৰক সেৱা-পূজা কৰিলে; এই নিমিত্তে যিহোৱাই ইহঁতৰ ওপৰত এই আটাই অমঙ্গল ঘটালে।

১০ চলোমনে যিহোৱাৰ গৃহ আৰু ৰাজগৃহ, এই দুই গৃহ সাজিবলৈ বিশ বছৰ লাগিল; ১১ সেই বিশ বছৰৰ মূৰত চলোমন ৰজাই হীৰমক গালীল দেশত থকা বিশ্‌খন নগৰ দিলে। তূৰৰ ৰজা হীৰমে চলোমনৰ সকলো ইচ্ছাৰ দৰে, এৰচ কাঠ, দেবদাৰু কাঠ, আৰু সোণ যোগাই দিছিল। ১২ পাছে হীৰমে চলোমনে দিয়া নগৰ চাবৰ নিমিত্তে তূৰৰ পৰা আহি, তাক দেখি সন্তোষ নেপালে। ১৩ তাতে তেওঁ কলে, হে মোৰ ভাই, মোক এই যি নগৰবোৰ দিলা, এইবোৰ কেনেকুৱা নগৰ? এই হেতুকে তেওঁ সেইবোৰৰ নাম কাবূল দেশ ৰাখিলে, আজিলৈকে তাৰ সেই নাম আছে। ১৪ হীৰমে এশ বিশ কিক্কৰ সোণ ৰজালৈ পঠাই দিছিল।

১৫ আৰু চলোমনে যিহোৱাৰ গৃহ, নিজৰ গৃহ, মিল্লো, যিৰূচালেমৰ গড়, হাচোৰ, মগিদ্দো, আৰু গেজৰ নিৰ্ম্মাণ কৰিবলৈ বন্দী-কাম কৰিব লগীয়া মানুহবোৰ গোটোৱাৰ বিবৰণ এই। ১৬ মিচৰৰ ৰজা ফৰৌণে উঠি গৈ গেজৰ হাত কৰি লৈ জুইৰে পুৰিছিল, আৰু সেই নগৰ-নিবাসী কনানীয়াবোৰক বধ কৰি তাক আপোনাৰ জীয়েক চলোমনৰ ভাৰ্য্যাৰ যৌতুকত দিছিল। ১৭ আৰু চলোমনে গেজৰ, তলৰ বৈৎ-হোৰোণ, ১৮ বালৎ, দেশৰ অৰণ্যত থকা তামৰ, ১৯ ভঁৰাল-নগৰবোৰ, ৰথৰ আৰু অশ্বাৰোহীবিলাকৰ নগৰবোৰ আদি যিৰূচালেমত ও লিবানোনত, আৰু নিজে শাসন কৰা দেশৰ সকলো কালে যি যি নিৰ্ম্মাণ কৰিবলৈ চলোমনৰ ইচ্ছা আছিল, সেই সকলোকে তেওঁ নিৰ্ম্মাণ কৰিলে। ২০ ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ নোহোৱা অৱশিষ্ট থকা ইমোৰীয়া, হিত্তীয়া, পৰিজ্জীয়া, হিব্বীয়া, আৰু যিবূচীয়া লোকবিলাকৰ ২১ যি সন্তানবোৰ দেশত অৱশিষ্ট থাকিল, যিবোৰক ইস্ৰায়েলৰ সন্তানবিলাকে নিঃশেষে বিনষ্ট কৰিব নোৱাৰিলে, সিহঁতৰ মাজৰ পৰাই বন্দী-কামৰ নিমিত্তে চলোমনে মানুহ গোটালে; সিহঁতে আজিলৈকে তাকেই কৰি আছে। ২২ কিন্তু চলোমনে ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ কাকো বন্দী-কামত নলগালে। কিন্তু সিবিলাক ৰণুৱা, তেওঁৰ মন্ত্ৰী, তেওঁৰ বিষয়া, সেনাপতি, আৰু সাৰথি ও অশ্বাৰোহীৰ অধ্যক্ষ হল। ২৩ সিবিলাকৰ মাজৰ পাঁচ শ পঞ্চাশ জন লোক চলোমনৰ কাৰ্য্যত নিযুক্ত কৰা প্ৰধান বিষয়া আছিল; সিবিলাকে কাম কৰোঁতাবিলাকক চলাইছিল। ২৪ পাছে ফৰৌণৰ জীয়েক দায়ূদৰ নগৰৰ পৰা, তেওঁৰ নিমিত্তে চলোমনে সজা আপোন ঘৰলৈ অহামাত্ৰে চলোমনে মিল্লো নিৰ্ম্মাণ কৰিলে। ২৫ আৰু চলোমনে যিহোৱাৰ নিমিত্তে যি যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে, তাৰ ওপৰত বছৰৰ ভিতৰত তিনিবাৰ হোম-বলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিছিল, আৰু তাৰে সৈতে তেওঁ যিহোৱাৰ সম্মুখত থকা বেদিত ধূপ জলাইছিল। এই ৰূপে তেওঁ গৃহটীৰ কাৰ্য্য সমাপ্ত কৰিলে।

২৬ আৰু চলোমন ৰজাই ইদোম দেশত চূফ সাগৰৰ তীৰত থকা এলতৰ ওচৰৰ ইচিয়োন-গেবৰত জাহাজ সজালে। ২৭ তাতে হীৰমে চলোমনৰ দাসবিলাকৰ লগত, সামুদ্ৰিক কাৰ্য্যত নিপুণ আপোনাৰ নাবিক দাসবিলাকক জাহাজত পঠালে। ২৮ সিহঁতে ওফীৰলৈ গৈ,

তাৰ পৰা চাৰি শ বিশ কিক্কৰ সোণ লৈ চলোমন ৰজাৰ গুৰিলৈ আহিল।

চলোমনৰ ওচৰলৈ চিবাৰ ৰাণী অহা। চলোমনৰ ধন আৰু ঐশ্বৰ্য্য।

**১০** পাছে চিবা দেশৰ ৰাণীয়ে, যিহোৱাৰ নামৰ দ্বাৰায় পোৱা চলোমনৰ যশস্যাৰ কথা শুনি, নিগূঢ় বাক্যৰ দ্বাৰায় তেওঁক পৰীক্ষা কৰিবলৈ আহিল। [২] তেওঁ সুগন্ধি দ্ৰব্য, অতিশয় অধিক সোণ, আৰু বহুমূল্য মণি বোজাই দিয়া অনেক উট, আৰু অতিশয় অধিক লোকে সৈতে যিৰূচালেমলৈ আহিল; আৰু চলোমনৰ ওচৰলৈ আহি আপোনাৰ মনত যি যি আছিল, সকলোকে তেওঁক কলে। [৩] তাতে চলোমনে তেওঁৰ সকলো প্ৰশ্নৰ উত্তৰ দিলে; ৰজাই বুজিব নোৱৰা একোৱেই নাছিল, তেওঁ ৰাণীক সকলোকে কলে। [৪] এই ৰূপে চিবাৰ ৰাণীয়ে চলোমনৰ সকলো জ্ঞান, তেওঁ নিৰ্ম্মাণ কৰা গৃহ, [৫] তেওঁৰ মেজৰ আহাৰীয় দ্ৰব্য, মন্ত্ৰীসকল বহা, পৰিচাৰকবিলাক থিয় হোৱা আৰু সিবিলাকৰ সাজ, তেওঁৰ পান-পাত্ৰ ধৰাবিলাক, আৰু যিহোৱাৰ গৃহলৈ তেওঁ উঠা খটখটি, এই সকলোকে দেখি তেওঁ বিচুৰ্তি খালে। [৬] পাছে তেওঁ ৰজাক কলে, ময় নিজ দেশত আপোনাৰ বাক্য আৰু জ্ঞানৰ বিষয়ে যি কথা শুনিছিলোঁ, সেয়ে স্বৰূপ আছিল। [৭] কিন্তু ময় আহি যেতিয়ালৈকে আপোন চকুৰে নেদেখিলোঁ, তেতিয়ালৈকে ময় সেই কথাত প্ৰত্যয় নকৰিলোঁ; আৰু দেখা, ইয়াৰ আধাও মোক কোৱা নাছিল; ময় যি কথা শুনিছিলোঁ, তাতকৈয়ো আপোনাৰ জ্ঞান আৰু উন্নতি অধিক। [৮] আপোনাৰ এই যি লোকবিলাকে, আপোনাৰ এই যি দাসবিলাকে আপোনাৰ আগত সদায় থিয় হৈ আপোনাৰ জ্ঞানৰ কথা শুনে, ইবিলাক ধন্য। [৯] যি জনাই আপোনাক ইস্ৰায়েলৰ সিংহাসনৰ ওপৰত বহুৱাবলৈ আপোনাত সন্তোষ পালে, আপোনাৰ সেই ঈশ্বৰ যিহোৱা ধন্য; যিহোৱাই ইস্ৰায়েলক সদাকাললৈকে প্ৰেম কৰে, এই দেখি তেওঁ বিচাৰ আৰু ধৰ্ম্ম প্ৰচলিত কৰিবলৈ আপোনাক ৰাজপদত নিযুক্ত কৰিলে। [১০] পাছে তেওঁ ৰজাক এশ বিশ কিক্কৰ সোণ, অতি অধিক সুগন্ধি দ্ৰব্য, আৰু বহুমূল্য মণি দিলে। চিবাৰ ৰাণীয়ে চলোমন ৰজাক যিমান সুগন্ধি দ্ৰব্য দিলে, সিমান অধিক সুগন্ধি দ্ৰব্য তালৈ আৰু কেতিয়াও অহা নাছিল। [১১] হীৰমৰ যি জাহাজে ওফীৰৰ পৰা সোণ আনে, সেই জাহাজৰ দ্বাৰায় ওফীৰৰ পৰা বিস্তৰ অল্‌মূগ কাঠ, আৰু বহুমূল্য মণিও আহে। [১২] ৰজাই সেই অল্‌মূগ কাঠেৰে যিহোৱাৰ গৃহ আৰু ৰাজগৃহৰ নিমিত্তে খুঁটা কৰিলে, আৰু গায়কবিলাকৰ নিমিত্তে বীণা আৰু নেবল সজালে; তেনেকুৱা অল্‌মূগ কাঠ আজিলৈকে অহা নাই, আৰু কোনেও দেখাও নাই। [১৩] পাছে চলোমনে ৰজা হোৱাৰ কাৰণে দিবলৈ বাধ্য হোৱা বস্তুৰ বাহিৰে, চিবাৰ ৰাণীয়ে খোজাৰ দৰে, তেওঁৰ সকলো মনৰ বাঞ্ছা পূৰ কৰিলে। পাছে ৰাণী আৰু তেওঁৰ দাসবিলাক আপোন দেশলৈ উলটি গল।

[১৪] বেপাৰীবিলাকৰ পৰা, আৰু বণিক-বিলাকৰ বাণিজ্যৰ পৰা, আৰু মিশ্ৰিত লোকৰ সকলো ৰজা আৰু দেশাধ্যক্ষবিলাকৰ পৰা যিমান সোণ পালে, [১৫] তাৰ বাহিৰেও এবছৰৰ ভিতৰত ছশ ছয়ষষ্টি কিক্কৰ সোণ চলোমনলৈ আহিল। [১৬] আৰু চলোমন ৰজাই সোণ পিটাই দুশ ঢাল কৰিলে, তাৰ প্ৰত্যেক ঢালত ছশ চেকল সোণ খৰছ হৈছিল; [১৭] আৰু সোণ পিটাই তিনি শ বাৰু যুগুত কৰিলে, তাৰ প্ৰত্যেক বাৰুত তিনি মানি সোণ খৰছ হৈছিল। পাছে ৰজাই সেইবোৰ লিবানোনৰ কাঠনিৰ গৃহত ৰাখিলে। [১৮] ইয়াৰ বাহিৰে ৰজাই হাতিদাঁতৰ এখন ডাঙৰ সিংহাসন সজাই তাৰ ওপৰত উত্তম সোণৰ পতা মাৰিলে। [১৯] সেই সিংহাসনৰ ছখপীয়া খটখটি আছিল, আৰু সিংহাসনৰ ওপৰ ভাগ পাছফালে ঘূৰণীয়া আছিল; আৰু বহা ঠাইৰ দুয়ো ফালে এটা এটা হাত আছিল, আৰু সেই হাতৰ ওচৰত দুটা সিংহৰ মূৰ্ত্তি থিয় হৈ আছিল। [২০] আৰু সেই ছয় খাপৰ ওপৰত দুই মূৰে বাৰটা সিংহৰ মূৰ্ত্তি থিয় হৈ আছিল; এনেকুৱা সিংহাসন আৰু কোনো ৰাজ্যত সজা নাছিল। [২১] চলোমন ৰজাৰ সকলো পান-পাত্ৰ সোণৰ আছিল, আৰু লিবানোনৰ গৃহৰ আটাই পাত্ৰ শুদ্ধ সোণৰ

আছিল; ৰূপৰ একোৱেই নাছিল; চলোমনৰ ৰাজত্বৰ কালত সেয়ে একোৱো মাজত গণ্য নাছিল। ২২ কিয়নো সমুদ্ৰত হীৰমৰ জাহাজবোৰৰ লগত তৰ্চীচৰ জাহাজবোৰ আছিল; সেই তৰ্চীচৰ জাহাজবোৰে সোণ, ৰূপ, হাতিদাঁত, বান্দৰ, আৰু ম'ৰা চৰাই লৈ, প্ৰত্যেক তিনি বছৰৰ মূৰত এবাৰ এবাৰ আহে। ২৩ এই ৰূপে ঐশ্বৰ্য্য আৰু জ্ঞানত চলোমন ৰজা পৃথিবীত থকা সকলো ৰজাতকৈ প্ৰধান হল। ২৪ ঈশ্বৰে চলোমনৰ মনত যি জ্ঞান দিছিল, তেওঁৰ সেই জ্ঞানৰ কথা শুনিবলৈ গোটেই পৃথিবীৰ মানুহে তেওঁৰ লগত সাক্ষাৎ কৰিবলৈ চেষ্টা কৰিছিল। ২৫ আৰু প্ৰতিজনে আপোন আপোন উপহাৰ, অৰ্থাৎ ৰূপৰ আৰু সোণৰ পাত্ৰ, বস্ত্ৰ, অস্ত্ৰ, সুগন্ধি দ্ৰব্য, ঘোঁৰা, আৰু খছৰ আনে, এই ৰূপে প্ৰতি বছৰে আনে। ২৬ আৰু চলোমনে ৰথ ও অশ্বাৰোহী লোকবিলাক গোটালে; তেওঁৰ এক হাজাৰ চাৰি শ ৰথ, আৰু বাৰ হাজাৰ অশ্বাৰোহী আছিল; তেওঁ সিহঁতক নানা ৰথ-নগৰত আৰু ৰজাৰ লগত যিৰূচালেমতো ৰাখিলে। ২৭ ৰজাই যিৰূচালেমত ৰূপক শিলৰ নিচিনা, আৰু এৰচ কাঠক নিম্নভূমিত থকা ডিমৰু গছৰ নিচিনা অধিক কৰিলে। ২৮ আৰু চলোমনৰ যি ঘোঁৰাবোৰ আছিল, সেই ঘোঁৰাবোৰ মিচৰৰ পৰা অনা; আৰু সেই ঘোঁৰাবোৰ ৰজাঘৰীয়া বেপাৰীহঁতে মূল্য দি জাকে জাকে আনে। ২৯ আৰু মিচৰৰ পৰা কিনি অনা এখন এখন ৰথৰ দাম ছশ চেকল ৰূপ, আৰু এটা এটা ঘোঁৰাৰ দাম এশ পঞ্চাশ চেকল ৰূপ; এই দৰে সিহঁতৰ দ্বাৰায় হিত্তীয়া আৰু অৰামীয়া সকলো ৰজাৰ নিমিত্তেও তাক অনা হয়।

চলোমনৰ বহুবিবাহ আৰু দেৱপূজা। তেওঁৰ শত্ৰু। তেওঁৰ মৃত্যু।

**১১** চলোমন ৰজাই ফৰৌণৰ জীয়েকৰ বাহিৰেও অনেক বিদেশী তিৰুতাক, অৰ্থাৎ মোৱাবীয়া, অম্মোনীয়া, ইদোমীয়া, চীদোনীয়া, আৰু হিত্তীয়া তিৰুতাবিলাকক প্ৰেম কৰিছিল; ২ যি যি জাতিবিলাকৰ বিষয়ে যিহোৱাই ইস্ৰায়েলৰ সন্তানবিলাকক কৈছিল, যে, তোমালোকে সিহঁতৰ মাজলৈ নেযাবা, আৰু সিহঁতকো তোমালোকৰ মাজলৈ আহিব নিদিবা, কিয়নো সিহঁতে অৱশ্যে তোমালোকৰ মন সিহঁতৰ দেৱতাবোৰলৈ ঘুৰাব, সিহঁতৰেই প্ৰেমত চলোমন আসক্ত হল। ৩ তেওঁৰ সাত শ ৰাজকুঁৱৰী পত্নী আছিল, আৰু তেওঁৰ তিনি শ উপপত্নী আছিল; সেই তিৰুতাবিলাকে তেওঁৰ মন অপথে নিলে। ৪ কিয়নো, চলোমনৰ বৃদ্ধ অৱস্থাত তেওঁৰ তিৰুতাবিলাকে তেওঁৰ মন অপথে নি ইতৰ দেৱতাবোৰৰ পাছত চলালে; এই হেতুকে তেওঁৰ পিতৃ দায়ূদৰ মনৰ দৰে তেওঁৰ মন আপোন ঈশ্বৰ যিহোৱাৰ আগত সিদ্ধ নাছিল। ৫ কাৰণ চলোমন চীদোনীয়াহঁতৰ দেৱী অষ্টাৰেতৰ আৰু অম্মোনীয়াহঁতৰ দেৱতা ঘিণলগীয়া মিল্‌কমৰ পাছত চলোঁতা হল। ৬ এই ৰূপে চলোমনে যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰিলে, আপোন পিতৃ দায়ূদৰ নিচিনাকৈ সকলো ভাবে যিহোৱাৰ পাছত নচলিল। ৭ সেই কালত চলোমনে যিৰূচালেমৰ সন্মুখত থকা পৰ্ব্বতত মোৱাবৰ দেৱতা ঘিণলগীয়া কমোচৰ নিমিত্তে, আৰু অম্মোনৰ সন্তানবিলাকৰ দেৱতা ঘিণলগীয়া মোলকৰ নিমিত্তে ওখ ঠাই নিৰ্ম্মাণ কৰিলে। ৮ তেওঁৰ যিমান পৰজাতীয় তিৰুতাবিলাকে আপোন আপোন দেৱতাৰ উদ্দেশে ধূপ জলায় আৰু বলিদান কৰে, সেই আটাইৰে নিমিত্তে তেওঁ সেই ৰূপে কৰিলে।

৯ পাছে যিহোৱা চলোমনৰ ওপৰত ক্ৰুদ্ধ হল; কিয়নো তেওঁৰ মন ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ পৰা অপথে গল; তেওঁ দুবাৰ তেওঁক দৰ্শন দিছিল, ১০ আৰু এই বিষয়ে তেওঁক আজ্ঞা দি অন্য দেৱতাবোৰৰ পাছত যাবলৈ নিষেধ কৰিছিল, কিন্তু যিহোৱাই দিয়া সেই আজ্ঞা তেওঁ পালন নকৰিলে। ১১ এই হেতুকে যিহোৱাই চলোমনক কলে, তোমাৰ এনে আচৰণ হোৱাত, আৰু মোৰ নিয়মটী ও ময় তোমাক দিয়া বিধিবোৰ তুমি পালন নকৰাত, ময় নিশ্চয়ে তোমাৰ পৰা ৰাজ্য কাঢ়ি লৈ তোমাৰ দাসক দিম। ১২ কিন্তু তোমাৰ পিতৃ দায়ূদলৈ চাই তোমাৰ দিনত তাক নকৰি, তোমাৰ পুত্ৰৰ হাতৰ পৰা তাক কাঢ়ি লম। ১৩ তথাপি গোটেই ৰাজ্য কাঢ়ি নলম;

কিন্তু মোৰ দাস দায়ূদলৈ চাই আৰু মোৰ মনোনীত যিৰূচালেমলৈ চাই তোমাৰ পুত্ৰক এক ফৈদ দিম।

১৪ পাছে যিহোৱাই ইদোমীয়া হদদ নামেৰে চলোমনৰ এজন শত্ৰু উৎপন্ন কৰিলে; সেই মানুহ ইদোম দেশীয় ৰাজবংশৰ লোক। ১৫ কিয়নো যি সময়ত দায়ূদ ইদোম দেশত আছিল, আৰু সেনাপতি যোৱাবে হত লোক-বিলাকক পুতি গৈ ইদোমৰ সকলো পুৰুষ-বিলাকক বধ কৰিছিল, ১৬ (কিয়নো যোৱাব আৰু ইস্ৰায়েলৰ আটাই লোক ইদোমতে ছমাহ থাকি ইদোমৰ সকলো পুৰুষবিলাকক সংহাৰ কৰিলে;) ১৭ সেই কালত হদদ আৰু তাৰ পিতৃৰ কেতবোৰ ইদোমীয়া দাস মিচৰলৈ যাবৰ মনেৰে পলাল; তেতিয়া হদদ সৰু ল'ৰা আছিল। ১৮ সিহঁত মিদিয়নৰ পৰা ওলাই পাৰণলৈ গল; আৰু মানুহ লগত লৈ পাৰণৰ পৰা ওলাই মিচৰলৈ, মিচৰৰ ফৰৌণ ৰজাৰ ওচৰলৈ গল; ফৰৌণ ৰজাই তাক এটা ঘৰ দিলে, আৰু জীবিকাৰ উপায় নিৰূপণ কৰি তাক মাটিও দিলে। ১৯ আৰু হদদে ফৰৌণৰ আগত ইমান অধিক অনুগ্ৰহ পালে, যে, ফৰৌণে আপোন ভাৰ্য্যা তহপিনেচ ৰাণীৰ ভনীয়েকে লৈতে তাক বিয়া দিলে। ২০ পাছে তহপিনেচৰ ভনীয়েকে গনুবৎ নামেৰে এটী পুত্ৰ প্ৰসৱ কৰিলে; তাক তহপিনেচে ফৰৌণৰ ঘৰতে পিয়াহ এৰুৱালে; আৰু গনুবৎ ফৰৌণৰ ঘৰতে ফৰৌণৰ কোঁৱৰ-বিলাকৰ মাজত থাকিল। ২১ পাছে দায়ূদ আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হোৱা, আৰু সেনাপতি যোৱাব মৰা কথা হদদে মিচৰ দেশত শুনি ফৰৌণক কলে, মোক বিদায় দিওক, মই আপোন দেশলৈ যাওঁ। ২২ তাতে ফৰৌণে তাক কলে, মোৰ ইয়াত তোমাৰ কি অভাৱ আছে, যে, তুমি আপোন দেশলৈ যাবলৈ ইচ্ছা কৰিছা? সি কলে, একোৱো অভাৱ নাই; তথাপি মোক বিদায় কৰোক।

২৩ ঈশ্বৰে চলোমনৰ আৰু এজন শত্ৰু অৰ্থাৎ ইলিয়াদাৰ পুত্ৰেক ৰজোনক উৎপন্ন কৰিলে; সি আপোন প্ৰভু চোবাৰ ৰজা হদদেজৰৰ পৰা পলাই গৈছিল; ২৪ আৰু যি কালত দায়ূদে চোবীয়াহঁতক আঘাত কৰিছিল, সেই কালত সি আপোনাৰ লগত মানুহ গোটাই দলৰ ওপৰত দলপতি হৈছিল; পাছে সিহঁতে দম্মেচকলৈ গৈ তাত নিবাস কৰি, দম্মেচকৰ ওপৰত শাসন কৰিলে। ২৫ আৰু হদদে কৰা অপকাৰৰ বাহিৰেও, সি চলোমনৰ গোটেই আয়ুসৰ কালত ইস্ৰায়েলৰ শত্ৰু আছিল; আৰু সি ইস্ৰায়েলক ঘিণ কৰিলে, আৰু অৰামৰ ওপৰত ৰাজত্ব কৰিলে।

২৬ আৰু চৰেদাত থকা ইফ্ৰিমীয়া নবাটৰ পুত্ৰ যাৰবিয়াম, চলোমনৰ দাস আছিল; তেওঁৰ মাকৰ নাম চৰুৱা, তাই বিধবা তিৰুতা; তেওঁ ৰজাৰ বিৰুদ্ধে হাত দাঙিলে। ২৭ তেওঁ ৰজাৰ বিৰুদ্ধে হাত দঙাৰ কাৰণ এই। চলোমনে মিল্লো নিৰ্ম্মাণ কৰিছিল, আৰু আপোন পিতৃ দায়ূদৰ নগৰৰ ভগা ঠাই এডোখৰ বন্ধ কৰিছিল। ২৮ সেই যাৰবিয়াম কাৰ্য্যৰ উপযুক্ত উৎসাহী পুৰুষ আছিল; এতেকে চলোমনে সেই ডেকাক পৰিশ্ৰমী দেখি, তেওঁক যোচেফৰ বংশৰ সকলো ভাৰ বোৱা লোকৰ ওপৰত অধ্যক্ষ পাতিলে। ২৯ পাছে যাৰবিয়াম যিৰূচালেমৰ পৰা বাহিৰলৈ যাওঁতে, চীলোনীয়া অহিয়া ভাববাদীয়ে তেওঁক বাটত লগ পালে; তেতিয়া অহিয়াৰ গাত নতুন কাপৰ আছিল; আৰু পথাৰত তেওঁবিলাক দুজন অকলে আছিল। ৩০ তাতে অহিয়াই আপোনাৰ গাত থকা সেই নতুন কাপৰত ধৰি তাক চিৰি বাৰ ডোখৰ কৰিলে, ৩১ আৰু যাৰবিয়ামক কলে, তুমি ইয়াৰ দহ ডোখৰ লোৱা; কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই ৰূপে কৈছে, দেখা, মই চলোমনৰ হাতৰ পৰা ৰাজ্য কাঢ়ি লৈ দহ ফৈদ তোমাক দিম। ৩২ (কিন্তু মোৰ দাস দায়ূদৰ কাৰণে, আৰু ইস্ৰায়েলৰ আটাই ফৈদৰ মাজৰ পৰা মই মনোনীত কৰা যিৰূচালেমৰ কাৰণেও তেওঁ এক ফৈদ পাব।) ৩৩ কাৰণ সিবিলাকে মোক ত্যাগ কৰি, চীদোনীয়াবিলাকৰ অষ্টাৰেৎ দেৱীক, মোৱাবৰ কমোচ দেৱতাক, আৰু অম্মোনৰ সন্তানবিলাকৰ মিল্কম দেৱতাক সেৱা-পূজা কৰিলে; আৰু আপোন পিতৃ দায়ূদৰ নিচিনাকৈ, মোৰ দৃষ্টিত যি ভাল তাক কৰিবলৈ, আৰু মোৰ বিধি ও শাসন-প্ৰণালীবোৰ পালন কৰিবলৈ সিবিলাকে মোৰ পথত চলা নাই।

৩৪ তথাপি মই তেওঁৰ হাতৰ পৰা গোটেই ৰাজ্য নলম, কিন্তু মোৰ আজ্ঞা আৰু বিধিবোৰ পালন কৰাৰ কাৰণে মই মনোনীত কৰা মোৰ দাস দায়ূদলৈ চাই, তেওঁ জীয়াই থাকেমানে মই তেওঁক অধিপতি পদত ৰাখিম। ৩৫ কিন্তু তেওঁৰ পুতেকৰ হাতৰ পৰা ৰাজ্য লৈ তোমাক দিম, তোমাক দহ ফৈদ দিম। ৩৬ আৰু মোৰ নাম স্থাপন কৰিবৰ নিমিত্তে মই মনোনীত কৰা যিৰূচালেম নগৰৰ মাজত মোৰ সম্মুখে যেন মোৰ দাস দায়ূদৰ প্ৰদীপ সদায় জ্বলে, এই নিমিত্তে তেওঁৰ পুতেকক এক ফৈদ দিম। ৩৭ আৰু মই তোমাক গ্ৰহণ কৰিম; তাতে তুমি আপোন মনৰ সকলো ইচ্ছাৰ দৰে ৰাজত্ব কৰিবা, আৰু ইস্ৰায়েলৰ ৰজা হবা। ৩৮ আৰু যদি তুমি মোৰ দাস দায়ূদে কৰা নিচিনাকৈ, মোৰ বিধি আৰু আজ্ঞা পালন কৰিবলৈ, মোৰ সকলো আদেশত মনোযোগ কৰা, মোৰ পথত চলা, আৰু মোৰ দৃষ্টিত যি ভাল তাক কৰা, তেন্তে মই তোমাৰ লগত থাকিম; আৰু মই যেনেকৈ দায়ূদৰ নিমিত্তে কৰিলোঁ, তেনেকৈ তোমাৰ নিমিত্তেও এক দৃঢ় বংশ স্থাপন কৰিম, আৰু তোমাক ইস্ৰায়েলক দিম। ৩৯ সেই কাৰণত মই দায়ূদৰ বংশক ক্লেশ দিম, কিন্তু সদাকাললৈ নহয়। ৪০ এই কাৰণে চলোমনে যাৰবিয়ামক বধ কৰিবলৈ বিচাৰিলে, কিন্তু যাৰবিয়াম উঠি মিচৰলৈ, মিচৰৰ ৰজা চীচকৰ ওচৰলৈ পলাই গল, আৰু চলোমনৰ মৃত্যু নোহোৱালৈকে মিচৰতে থাকিল।

৪১ চলোমনৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্য, আৰু জ্ঞানৰ কথা জানো চলোমনৰ জীৱন-চৰিত্ৰৰ পুস্তকত লিখা নাই? ৪২ চলোমনে যিৰূচালেমত গোটেই ইস্ৰায়েলৰ ওপৰত চল্লিশ বছৰ ৰাজত্ব কৰিলে। ৪৩ পাছে চলোমন আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, তেওঁক আপোন পিতৃ দায়ূদৰ নগৰত মৈদাম দিয়া হল; আৰু তেওঁৰ পুত্ৰ ৰহবিয়াম তেওঁৰ পদত ৰজা হল।

দহ ফৈদৰ বিদ্ৰোহ। যাৰবিয়ামৰ ৰাজত্ব।
বৈৎ-এলত কৰা দেৱপূজা।

**১২** পাছে ৰহবিয়াম চিখিমলৈ গল; কিয়নো তেওঁক ৰজা পাতিবৰ নিমিত্তে গোটেই ইস্ৰায়েল চিখিমলৈ গৈছিল। ২ এনেতে নবাটৰ পুত্ৰ যাৰবিয়ামে সেই বাৰ্ত্তা পালত, (কিয়নো তেওঁ সেই সময়ত মিচৰত আছিল; চলোমন ৰজাৰ ভয়ত তেওঁ তালৈ পলাই গৈ তাত বাস কৰিছিল, ৩ আৰু লোকবিলাকে মানুহ পঠাই মাতি আনিছিল;) তেওঁ আৰু ইস্ৰায়েলৰ গোটেই সমাজে আহি ৰহবিয়ামক এই কথা কলে, ৪ আপোনাৰ পিতৃয়ে আমাৰ ওপৰত অসহনীয় যুৱঁলি দি গল; এই হেতুকে আপোনাৰ পিতৃয়ে আমাক যি অসহনীয় দাস্যকৰ্ম্মত লগাই দি, আৰু গধুৰ যুৱঁলি দি গল, আপুনি তাৰ কিছু লঘু কৰোক; তেতিয়া আমি আপোনাৰ দাস হৈ থাকিম। ৫ তাতে তেওঁ সিবিলাকক কলে, তিন দিনলৈ দিন দিছোঁ, তোমালোক এতিয়া যোৱা; তেতিয়া লোকবিলাক গুচি গল। ৬ পাছে ৰহবিয়াম ৰজাই, আপোন পিতৃ চলোমন জীয়াই থকা কালত যি বৃদ্ধবিলাক তেওঁৰ আগত থিয় হৈ থাকিছিল, সিবিলাকৰ লগত মন্ত্ৰণা কৰি সুধিলে, মই সেই লোকবিলাকক উত্তৰ দিবলৈ তোমালোকে কি পৰামৰ্শ দিয়া? ৭ তাতে সিবিলাকে তেওঁক কলে, আপুনি যদি আজি সেই লোকবিলাকৰ দাস হৈ সিবিলাকৰ কথাত মান্তি হয়, আৰু ভাল কথা কৈ সিবিলাকক উত্তৰ দিয়ে, তেন্তে সিবিলাক সদাকাললৈকে আপোনাৰ দাস হৈ থাকিব। ৮ কিন্তু তেওঁক বৃদ্ধবিলাকে দিয়া পৰামৰ্শ তেওঁ ত্যাগ কৰি, আপোনাৰ আগত থিয় হৈ থাকোঁতা তেওঁৰে একে সমানে ডাঙৰ-দীঘল হোৱা ডেকাবিলাকে সৈতে মন্ত্ৰণা কৰিলে। ৯ তেওঁ সিবিলাকক সুধিলে, আপোনাৰ পিতৃয়ে আমাৰ ওপৰত যি যুৱঁলি দি গল, তাৰ কিছু লঘু কৰোক বুলি মোৰ আগত কোৱা সেই লোকবিলাকক আমি উত্তৰ দিবৰ নিমিত্তে তোমালোকে কি পৰামৰ্শ দিয়া? ১০ তাতে তেওঁৰে একে সমানে ডাঙৰ-দীঘল হোৱা সেই ডেকাবিলাকে তেওঁক কলে, আপোনাৰ পিতৃয়ে আমাৰ ওপৰত গধুৰ যুৱঁলি দি গল, কিন্তু আপুনি তাৰ কিছু লঘু কৰোক বুলি আপোনাৰ আগত কোৱা সেই লোকবিলাকক এই কথা কব, মোৰ কেঁয়া আঙুলি মোৰ পিতৃৰ কঁকালত-

কৈৰো ভাঙৰ। [11] এই হেতুকে শুনা, মোৰ পিতৃয়ে তোমালোকৰ ওপৰত গধুৰ যুঁৱলিৰ ভাৰ দি গল, কিন্তু ময় তাক আৰু গধুৰ কৰিম; মোৰ পিতৃয়ে তোমালোকক চাবুকেৰে শাস্তি দিছিল, কিন্তু ময় হলে তোমালোকক কেঁকোৰা-বিছাৰে শাস্তি দিম, এই বুলি সিবিলাকক কব। [12] পাছে, তৃতীয় দিনা মোৰ ওচৰলৈ আকৌ আহিবা, ৰজাই কোৱা এই কথাৰ দৰেই যাৰবিয়াম আদি সকলো লোক তৃতীয় দিনা ৰহবিয়ামৰ ওচৰলৈ আহিল। [13] তাতে ৰজাই লোকবিলাকক টান টান কথাৰে উত্তৰ দিলে, আৰু তেওঁক বৃদ্ধবিলাকে দিয়া পৰামৰ্শ তেওঁ ত্যাগ কৰি, [14] সেই ডেকাবিলাকৰ পৰামৰ্শ অনুসাৰে সিবিলাকক এই কথা কলে, মোৰ পিতৃয়ে তোমালোকৰ ওপৰত গধুৰ যুঁৱলি দি গল, কিন্তু ময় তাক আৰু গধুৰ কৰিম; মোৰ পিতৃয়ে তোমালোকক চাবুকেৰে শাস্তি দিছিল, কিন্তু ময় হলে তোমালোকক কেঁকোৰা-বিছাৰে শাস্তি দিম। [15] এই ৰূপে ৰজাই লোকবিলাকৰ কথালৈ কাণ নিদিলে; কিয়নো, চীলোনীয়া অহীয়াৰ মুখে নবাটৰ পুত্ৰ যাৰবিয়ামক যিহোৱাই কোৱা আপোন বাক্য সিদ্ধ কৰিবৰ অৰ্থে যিহোৱাৰ পৰা এই ঘটনা হল। [16] যেতিয়া গোটেই ইস্ৰায়েলে ৰজাক সিবিলাকৰ কথালৈ কাণ নিদিয়া দেখিলে, তেতিয়া লোকবিলাকে ৰজাক উত্তৰ দি কলে, দায়ূদত আমাৰ কি ভাগ আছে? যিচয়ৰ পুত্ৰত আমাৰ কোনো অধিকাৰ নাই; হে ইস্ৰায়েল, আপোন আপোন তাম্বুলৈ গুচি যোৱা; হে দায়ূদ, এতিয়া তুমি আপোন বংশলৈ চোৱা। তাতে ইস্ৰায়েল আপোন আপোন তাম্বুলৈ গুচি গল। [17] কিন্তু যিহুদাৰ নগৰবোৰত বাস কৰা ইস্ৰায়েলৰ সন্তানবিলাকৰ ওপৰত হলে, ৰহবিয়াম ৰজা হৈ থাকিল। [18] পাছে ৰহবিয়াম ৰজাই বন্দী-কাম কৰাবোৰৰ অধ্যক্ষ অদোৰামক পঠালত, গোটেই ইস্ৰায়েলে তেওঁলৈ এনেকৈ শিল দলিয়ালে, যে, তেওঁ তাতে মৰিল; আৰু ৰহবিয়াম ৰজাই যিৰূচালেমলৈ পলাই যাবৰ নিমিত্তে বেগাবেগিকৈ আপোনাৰ ৰথত উঠিল। [19] এই ৰূপে ইস্ৰায়েলে দায়ূদৰ বংশৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ কৰিলে, আজিলৈকে সেই ভাৱেই আছে। [20] পাছে গোটেই ইস্ৰায়েলে যাৰবিয়াম ঘূৰি অহা কথা শুনি, দূত পঠাই তেওঁক মণ্ডলীৰ ওচৰলৈ মতাই আনি গোটেই ইস্ৰায়েলৰ ওপৰত ৰজা পাতিলে; তাতে কেৱল যিহুদা ফৈদৰ বাহিৰে, আন কোনেও দায়ূদৰ বংশৰ পাছত চলোঁতা নহল।

[21] ৰহবিয়াম যেতিয়া যিৰূচালেমলৈ আহিল, তেতিয়া চলোমনৰ পুত্ৰ ৰহবিয়ামৰ অধীনলৈ ৰাজ্য পুনৰায় আনিবৰ নিমিত্তে, ইস্ৰায়েল-বংশৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ, যিহুদাৰ গোটেই বংশ আৰু বিন্যামীন ফৈদক, অৰ্থাৎ এক লাখ আশী হাজাৰ মনোনীত যুদ্ধাৰু লোকক তেওঁ গোটালে। [22] কিন্তু ঈশ্বৰৰ লোক চময়িয়াৰ ওচৰলৈ ঈশ্বৰৰ বাক্য আহিল, বোলে, [23] তুমি যিহুদাৰ ৰজা চলোমনৰ পুত্ৰ ৰহবিয়ামক, যিহুদাৰ আৰু বিন্যামীনৰ গোটেই বংশক, আৰু আন লোক-বিলাকক কোৱা, যিহোৱাই এই কথা কৈছে, [24] তোমালোকে উঠি নেযাবা, আৰু আপোন ভাই ইস্ৰায়েলৰ সন্তানবিলাকৰ বিৰুদ্ধে যুদ্ধ নকৰিবা; প্ৰতিজন আপোন আপোন ঘৰলৈ উভটি যোৱা; কিয়নো মোৰ দ্বাৰায়হে এই কথা হৈছে। তাতে লোকবিলাকে যিহোৱাৰ বাক্যলৈ কাণ দিলে, আৰু যিহোৱাৰ বাক্য অনুসাৰে আপোন আপোন বাটেদি উলটি গুচি গল।

[25] পাছে যাৰবিয়ামে ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত চিখিম দৃঢ় কৰি তাৰ মাজতে বসতি কৰিলে, আৰু তাৰ পৰা গৈ পনুৱেল দৃঢ় কৰিলে। [26] আৰু যাৰবিয়ামে আপোনাৰ মনতে কলে, এতিয়া দায়ূদৰ বংশলৈ ৰাজ্য পুনৰায় যাব; [27] এই লোকবিলাকে যদি যিৰূচালেমত থকা যিহোৱাৰ গৃহত বলিদান কৰিবলৈ যায়, তেন্তে আপোনাবিলাকৰ প্ৰভু যিহুদাৰ ৰজা ৰহবিয়ামলৈ এই লোকবিলাকৰ মন ঘূৰিব; তাতে সিবিলাকে মোক বধ কৰি, পুনৰায় যিহুদাৰ ৰজা ৰহবিয়ামৰ ফলীয়া হব। [28] এই হেতুকে ৰজাই মন্ত্ৰণা কৰি সোণৰ দুটা দামুৰি নিৰ্ম্মাণ কৰাই লোকবিলাকক কলে, যিৰূচালেমলৈ যোৱা তোমালোকলৈ বাহুল্যমাত্ৰ; এতেকে হে ইস্ৰায়েল, দেখা, যি জনাই মিচৰ দেশৰ পৰা তোমালোকক বাহিৰ কৰি আনিলে,

তোমালোকৰ সেই ঈশ্বৰ এৱেঁই। [২৯] পাছে তেওঁ সেইবোৰৰ এটা বৈৎ-এলত, আৰু আনটো দানত স্থাপন কৰিলে। [৩০] এই কাৰ্য্য পাপৰ কাৰণ হল; কিয়নো লোকবিলাকে সিটো প্ৰতিমাৰ আগত সেৱা কৰিবলৈ দান-লৈকে যায়। [৩১] আৰু তেওঁ ওখ ঠাইত ঘৰ সাজিলে, আৰু যিবোৰ লেবীৰ সন্তান নহয়, এনে সকলো লোকবিলাকৰ মাজৰ পৰা পুৰোহিত পাতিলে। [৩২] পাছে যাৰবিয়ামে অষ্টম মাহৰ পঞ্চদশ দিনা, যিহুদাৰ উৎসৱৰ নিচিনা এক উৎসৱ নিৰূপণ কৰি যজ্ঞবেদিলৈ উঠি গল; তেওঁ বৈৎ-এলত এই ৰূপে কৰি, নিজে নিৰ্ম্মাণ কৰা দামুৰি কেইটাৰ আগত বলি উৎসৰ্গ কৰিলে; আৰু আপুনি কৰা ওখ ঠাইৰ পুৰোহিতবোৰক বৈৎ-এলত থলে। [৩৩] অষ্টম মাহত, অৰ্থাৎ যি মাহ তেওঁ আপোন ইচ্ছামতে নিৰূপণ কৰিছিল, সেই অষ্টম মাহৰ পঞ্চদশ দিনা বৈৎ-এলত তেওঁ নিৰ্ম্মাণ কৰা যজ্ঞবেদিলৈ উঠি গল; আৰু তেওঁ ইস্ৰায়েলৰ সন্তানবিলাকৰ নিমিত্তে এক উৎসৱ নিৰূপণ কৰিলে, আৰু ধূপ জ্বলাবৰ নিমিত্তে যজ্ঞবেদিলৈ উঠি গল।

যাৰবিয়ামৰ দেৱপূজাৰ বিৰুদ্ধে কোৱা ভাববাণী।

**১৩** পাছে, যাৰবিয়ামে ধূপ জ্বলাবৰ নিমিত্তে যজ্ঞবেদিৰ ওপৰত থিয় হৈ থাকোঁতে, দেখা, ঈশ্বৰৰ এজন লোক যিহোৱাৰ বাক্যৰ প্ৰভাৱত যিহুদাৰ পৰা বৈৎ-এললৈ আহিল। [২] আৰু তেওঁ যজ্ঞবেদিৰ বিৰুদ্ধে যিহোৱাৰ বাক্যৰ প্ৰভাৱত এই কথা ঘোষণা কৰিলে, হে বেদি, বেদি, যিহোৱাই এই কথা কৈছে, দেখা, দায়ূদৰ বংশত যোচিয়া নামেৰে এটী পুত্ৰ জন্মিব; আৰু তোমাৰ ওপৰত ধূপ জ্বলাওঁতা ওখ ঠাইৰ পুৰোহিতবোৰক তেওঁ তোমাৰ ওপৰত বলিদান কৰিব, আৰু তোমাৰ ওপৰত মনুষ্যৰ হাড় দগ্ধ কৰা যাব। [৩] আৰু সেই দিনাই তেওঁ এটা চিন নিৰূপণ কৰি কলে, যিহোৱাই কোৱা চিন এই, দেখা, এই যজ্ঞবেদি ফাটি যাব, আৰু ইয়াৰ ওপৰত থকা ভস্ম মাটিত পড়ি যাব। [৪] পাছে যেতিয়া ৰজাই, বৈৎ-এলত থকা যজ্ঞবেদিৰ বিৰুদ্ধে ঘোষণা কৰা সেই ঈশ্বৰৰ লোকৰ কথা শুনিলে, তেতিয়া যাৰবিয়ামে যজ্ঞবেদিৰ পৰা হাত মেলি কলে, তাক ধৰ; তাতে, তেওঁৰ বিৰুদ্ধে মেলা আপোন হাত এনেকৈ শুকাই গল, যে, তেওঁ তাক আৰু কোঁচাব নোৱাৰিলে। [৫] আৰু ঈশ্বৰৰ লোকে ঈশ্বৰৰ বাক্যৰ প্ৰভাৱত যি চিন নিৰূপণ কৰিছিল, সেই অনুসাৰে যজ্ঞবেদি ফাটি গল, আৰু যজ্ঞবেদিৰ পৰা ভস্ম পড়ি গল। [৬] তেতিয়া ৰজাই ঈশ্বৰৰ লোকক উত্তৰ কৰি কলে, মোৰ হাত যেন সুস্থ হয়, এই নিমিত্তে তুমি আপোন ঈশ্বৰ যিহোৱাৰ আগত অনুগ্ৰহ যাচ্ঞা কৰি মোৰ নিমিত্তে প্ৰাৰ্থনা কৰা; তাতে ঈশ্বৰৰ লোকে যিহোৱাৰ অনুগ্ৰহ যাচ্ঞা কৰিলত, ৰজাৰ হাত সুস্থ হৈ আগৰ নিচিনা হল। [৭] পাছে ৰজাই ঈশ্বৰৰ লোকক কলে, তুমি মোৰ লগত ঘৰলৈ আহি প্ৰাণ জুৰুউৱা, আৰু ময় তোমাক উপহাৰ দিম। [৮] কিন্তু ঈশ্বৰৰ লোকে ৰজাক কলে, যদি তুমি মোক আপোন ঘৰৰ আদ্‌খিনি দিয়া, তথাপি তোমাৰ লগত নোসোমাম, আৰু এই ঠাইত অন্ন ভোজন বা জল পান নকৰিম; [৯] কিয়নো যিহোৱাৰ বাক্যৰ দ্বাৰায় মোক এই ৰূপে আজ্ঞা দিয়া হৈছে, যে, তুমি অন্ন ভোজন, আৰু জল পান নকৰিবা, আৰু যি বাটেদি যাবা, সেই বাটেদি উলটিও নাহিবা। [১০] তাতে তেওঁ যি বাটেদি বৈৎ-এললৈ আহিছিল, সেই বাটে নগৈ আন বাটেদি প্ৰস্থান কৰিলে।

[১১] সেই সময়ত বৈৎ-এলত এজন বৃদ্ধ ভাববাদী বাস কৰিছিল; তেওঁৰ পুত্ৰেকবিলাকৰ এজনে আহি, সেই দিনা বৈৎ-এলত ঈশ্বৰৰ লোকে কৰা আটাই কৰ্ম্মৰ কথা তেওঁক কলে, আৰু ৰজাৰ আগত যি কথা কৈছিল, সিহঁতে তাকো আপোনাৰ বাপেকৰ আগত কলে। [১২] তাতে সিহঁতৰ বাপেকে সিহঁতক সুধিলে, তেওঁ কোন বাটেদি গল? কিয়নো যিহুদাৰ পৰা অহা ঈশ্বৰৰ সেই লোক কোন বাটে গৈছিল, তাক তেওঁৰ পুত্ৰেকবিলাকে দেখিছিল। [১৩] তেতিয়া তেওঁ আপোনাৰ পুত্ৰেকবিলাকক কলে, মোৰ নিমিত্তে গাধত জীন লগোৱা। তাতে সিহঁতে তেওঁৰ নিমিত্তে গাধত জীন লগাই দিলত, তেওঁ তাৰ ওপৰত উঠি, [১৪] ঈশ্বৰৰ লোকৰ পাছত গৈ, এজোপা এলা গছৰ তলত

তেওঁক বহি থকা পাই সুধিলে, যিহূদাৰ পৰা অহা ঈশ্বৰৰ লোক তুমিয়েই নে? তেওঁ কলে, ময়েই হওঁ। [15] তেতিয়া বৃদ্ধ ভাববাদীয়ে কলে, মোৰ লগত ঘৰলৈ আহি ভোজন কৰা। [16] তাতে তেওঁ বৃদ্ধ ভাববাদীক কলে, ময় তোমাৰ লগত উভটি যাব, আৰু তোমাৰ লগত ঘৰত সোমাব নোৱাৰোঁ; আৰু তোমাৰ লগত সেই ঠাইত অন্ন ভোজন, আৰু জল পান নকৰোঁ; [17] কিয়নো যিহোৱাৰ বাক্যৰ দ্বাৰায় মোক আজ্ঞা দিয়া হৈছে, যে, তুমি অন্ন ভোজন, আৰু জল পান নকৰিবা, আৰু যি বাটেদি যাবা, সেই বাটেদি উলটিও নাহিবা। [18] তাতে বৃদ্ধ ভাববাদীয়ে তেওঁক কলে, তোমাৰ নিচিনা ময়ো এজন ভাববাদী; এজন দূতে যিহোৱাৰ বাক্যৰ দ্বাৰায় মোক এই কথা কলে, তেওঁ অন্ন ভোজন, আৰু জল পান কৰিবৰ নিমিত্তে, তুমি তেওঁক তোমাৰ ঘৰলৈ ওভোটাই আনাগৈ। কিন্তু বৃদ্ধ ভাববাদীয়ে তেওঁৰ আগত মিছা কথা কলে। [19] পাছে তেওঁ সেই বৃদ্ধ ভাববাদীৰ লগত উভটি আহি, তেওঁৰ ঘৰত অন্ন ভোজন, আৰু জল পান কৰিলে। [20] তেওঁবিলাক মেজত বহি থাকোঁতেই, তেওঁক ওভোটাই অনা ভাববাদীৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল; [21] তাতে, যিহূদাৰ পৰা অহা ঈশ্বৰৰ লোকৰ আগত তেওঁ ঘোষণা কৰি কলে, যিহোৱাই এই কথা কৈছে, তুমি যিহোৱাৰ বাক্যৰ বিৰুদ্ধে আচৰণ কৰিলা, তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক দিয়া আজ্ঞা পালন নকৰিলা, [22] কিন্তু তুমি অন্ন ভোজন, আৰু জল পান নকৰিবা বুলি তেওঁ যি ঠাইৰ বিষয়ে তোমাক কৈছিল, তুমি ঘূৰি আহি সেই ঠাইতে অন্ন ভোজন, আৰু জল পান কৰিলা; এই হেতুকে তোমাৰ শব তোমাৰ পৈতৃক মৈদামত নোসোমাব। [23] পাছে তেওঁ ভোজন-পান কৰি এঁটালত, তেওঁৰ নিমিত্তে, অৰ্থাৎ বৃদ্ধ ভাববাদীয়ে ওভোটাই অনা ভাববাদী জনৰ নিমিত্তে তেওঁ গাধত জীন লগালে; [24] তাতে তেওঁ প্ৰস্থান কৰিলত, বাটৰ মাজত এটা সিংহই তেওঁক পাই বধ কৰিলে; তেওঁৰ শব বাটত পড়ি থাকিল, আৰু তাৰ কোষত গাধটো থিয় হৈ থাকিল; আৰু শবৰ কোষত সিংহও থিয় হৈ ৰল। [25] পাছে লোকবিলাকে সেই বাটেদি অহা-যোৱা কৰোঁতে, বাটত পড়ি থকা শবটো, আৰু শবৰ কোষত থিয় হৈ থকা সিংহটো দেখি, সেই বৃদ্ধ ভাববাদীয়ে নিবাস কৰা নগৰলৈ আহি বাৰ্ত্তা দিলে। [26] পাছে তেওঁক বাটৰ পৰা ওভোটাই অনা ভাববাদীয়ে সেই বাৰ্ত্তা শুনি কলে, তেওঁ ঈশ্বৰৰ সেই লোক; তেওঁ যিহোৱাৰ বাক্যৰ বিৰুদ্ধে আচৰণ কৰিছিল; এই হেতুকে যিহোৱাই তেওঁক কোৱা বাক্য অনুসাৰে তেওঁক সিংহৰ হাতত সোধাই দিলে; তাতে সিংহই তেওঁক ছিৰি বধ কৰিলে। [27] পাছে তেওঁ আপোনাৰ পুতেকবিলাকক কলে, মোৰ নিমিত্তে গাধত জীন লগোৱা। [28] পাছে সিহঁতে জীন লগালত, তেওঁ গৈ, বাটত পড়ি থকা সেই শবৰ কোষত থিয় হৈ থকা গাধ আৰু সিংহকো পালে; সিংহই শব খোৱা নাই, আৰু গাধকো ছিৰা নাই। [29] পাছে সেই ভাববাদীয়ে ঈশ্বৰৰ লোকৰ শব তুলি লৈ গাধৰ ওপৰত ভৰা দি উলটি, তেওঁৰ নিমিত্তে বিলাপ কৰিবলৈ, আৰু তেওঁক মৈদাম দিবলৈ আপুনি থকা নগৰলৈ আহিল। [30] আৰু তেওঁ আপোনাৰ মৈদামত তেওঁৰ শব থলে: আৰু লোকে, হায় হায় মোৰ ভাই! এই বুলি তেওঁৰ নিমিত্তে বিলাপ কৰিলে। [31] তেওঁক মৈদাম দিয়াৰ পাছে, তেওঁ আপোনাৰ পুতেকবিলাকক কলে, ময় যেতিয়া মৰিম, তেতিয়া, এই যি মৈদামত ঈশ্বৰৰ এই লোকক মৈদাম দিয়া হল, ইয়াৰ ভিতৰতে মোকো মৈদাম দিবা, এওঁৰ অস্থিৰ কোষত মোৰ অস্থি ৰাখিবা। [32] কিয়নো, বৈৎ-এলত থকা যজ্ঞ-বেদিটীৰ বিৰুদ্ধে, আৰু চমৰিয়াৰ নগৰবোৰত থকা ওখ ঠাইবোৰৰ আটাই ঘৰৰ বিৰুদ্ধে যিহোৱাৰ বাক্যৰ দ্বাৰায় এওঁ যি কথা ঘোষণা কৰিছিল, সেয়ে অৱশ্যে সিদ্ধ হব। [33] এই ঘটনাৰ পাছে যাৰবিয়ামে আপোনাৰ কুপথৰ পৰা নুঘূৰিল, কিন্তু পুনৰায় প্ৰজাবিলাকৰ মাজৰ পৰা লোকবিলাকক ওখ ঠাইবোৰৰ পুৰোহিত নিযুক্ত কৰিলে; আৰু ওখ ঠাইবোৰৰ যেন পুৰোহিত হব পাৰে, এই নিমিত্তে যেয়ে ইচ্ছা কৰিলে, তাকেই নিযুক্ত কৰিলে

[৩৪] যাৰবিয়ামৰ বংশ উচ্ছন্ন হৈ পৃথিবীৰ পৰা লুপ্ত হবলৈ, এই কাৰ্য্যৰ দ্বাৰায় যাৰবিয়ামৰ বংশৰ পাপ হল।

যাৰবিয়ামৰ বিৰুদ্ধে অহিয়াই কোৱা ভাববাণী।
যাৰবিয়ামৰ মৃত্যু। ৰহবিয়ামৰ ৰাজত্ব।

**১৪** সেই কালত যাৰবিয়ামৰ পুত্ৰ অবিয়া নৰীয়া পড়িল। [২] তাতে যাৰবিয়ামে আপোন তিৰুতাক কলে, হেৰা উঠা, তোমাক যাৰবিয়ামৰ তিৰুতা বুলি নেজানিবৰ নিমিত্তে তুমি ছদ্মবেশ ধৰি চীলোলৈ যোৱা; দেখা, যি অহিয়া ভাববাদীয়ে, এই জাতিৰ ওপৰত ময় ৰজা হবৰ কথা কৈছিল, তেওঁ সেই ঠাইতে আছে। [৩] তুমি আপোনাৰ হাতত দহোটা পিঠা, কেতবোৰ মুৰমুৰিয়া পিঠা, আৰু এটেকেলি মৌ লৈ তেওঁৰ ওচৰলৈ যোৱা; লৰাটীৰ কি ঘটিব, তাক তেওঁ তোমাক কব। [৪] পাছে যাৰবিয়ামৰ তিৰুতাই সেই ৰূপে কৰি, উঠি চীলোলৈ অহিয়াৰ ঘৰলৈ গল। অহিয়াই মনিব নোৱাৰিছিল; কাৰণ বৰ বুঢ়া হোৱাৰ নিমিত্তে তেওঁৰ চকু দৃষ্টিহীন হৈছিল। [৫] ইয়াৰ ভিতৰতে যিহোৱাই অহিয়াক কলে, দেখা, যাৰবিয়ামৰ তিৰুতাই আপোন লৰাটীৰ বিষয়ে সুধিবলৈ তোমাৰ গুৰিলৈ আহিছে, কিয়নো সি নৰীয়া পড়িছে; তুমি তাইক আমুক তামুক কথা কবা; কাৰণ তাই যেতিয়া সোমাবহি, তেতিয়া তাই আন তিৰুতাৰ বেশ ধৰি সোমাব। [৬] পাছে তাই দুৱাৰত সোমাওঁতে, অহিয়াই তাইৰ ভৰিৰ শবদ শুনামাত্ৰে কলে, হে যাৰবিয়ামৰ তিৰুতা, ভিতৰলৈ আহাঁ, তুমি কিয় আন তিৰুতাৰ বেশ ধৰিছা? কিয়নো তোমাক টান কথা কবলৈ ময় আজ্ঞা পালোঁ। [৭] তুমি গৈ যাৰবিয়ামক কোৱাগৈ, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, ময় প্ৰজাবিলাকৰ মাজৰ পৰা তোমাক ওখ পদত নিযুক্ত কৰিলোঁ, মোৰ প্ৰজা ইস্ৰায়েলৰ ওপৰত তোমাক অধিপতি কৰিলোঁ, [৮] দায়ুদৰ বংশৰ পৰা ৰাজ্য কাঢ়ি লৈ তোমাক দিলোঁ; তথাপি মোৰ দাস যি দায়ুদে মোৰ আজ্ঞা পালন কৰিছিল, আৰু মোৰ দৃষ্টিত যি ন্যায়, অকল তাকেই কৰিবলৈ আপোনাৰ সকলো মনে সৈতে মোৰ পাছত চলিছিল, তুমি তেওঁৰ নিচিনা হোৱা নাই; [৯] কিন্তু তোমাৰ পূৰ্ব্বৰ সকলো লোকবিলাকতকৈয়ো তুমি অধিক কুকৰ্ম্ম কৰিলা; বিশেষকৈ মোক বেজাৰ দিবলৈ তুমি গৈ আপোনাৰ নিমিত্তে ইতৰ দেৱতাবোৰ, আৰু সাঁচত ঢলা প্ৰতিমাবোৰ নিৰ্ম্মাণ কৰিলা; কিন্তু মোক হলে, পিঠিৰ পাছলৈ পেলাই দিলা। [১০] এই হেতুকে দেখা, ময় যাৰবিয়ামৰ বংশলৈ অমঙ্গল ঘটাম, আৰু যাৰবিয়ামৰ সম্বন্ধীয়া প্ৰত্যেক পুৰুষক, ইস্ৰায়েলৰ মাজৰ বন্ধ আৰু মুক্ত হোৱা উভয়কে উচ্ছন্ন কৰিম; আৰু মানুহে যেনেকৈ ছাগলীৰ লাদ একেবাৰে নাইকিয়াকৈ সাৰি পেলায়, তেনেকৈ ময়ো যাৰবিয়ামৰ বংশক একেবাৰে সাৰি পেলাম। [১১] যাৰবিয়ামৰ যি কোনো লোক নগৰত মৰিব, তাক কুকুৰবোৰে খাব; আৰু যি কোনো লোক নগৰৰ বাহিৰত মৰিব, তাক আকাশৰ চৰাইবোৰে খাব; কিয়নো ইয়াক যিহোৱাই কলে। [১২] এই হেতুকে তুমি উঠি ঘৰলৈ যোৱা; কিন্তু তুমি নগৰত ভৰি দিয়ামাত্ৰে লৰাটী মৰিব। [১৩] আৰু তাৰ কাৰণে গোটেই ইস্ৰায়েলে বিলাপ কৰি তাক মৈদাম দিব, কিয়নো যাৰবিয়ামৰ সম্বন্ধীয়া কেৱল সিয়েইহে মৈদাম পাব; কাৰণ যাৰবিয়ামৰ বংশৰ মাজত ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ পক্ষে তাতেইহে কিছু সদ্‌ভাব পোৱা গল। [১৪] ইয়াত বাজে যিহোৱাই আপোনাৰ নিমিত্তে ইস্ৰায়েলৰ ওপৰত এজন ৰজা উৎপন্ন কৰিব; তেওঁ যাৰবিয়ামৰ বংশক সেই দিনাই উচ্ছন্ন কৰিব; আৰু কি? এতিয়াই উচ্ছন্ন কৰিব। [১৫] কিয়নো যিহোৱাই ইস্ৰায়েলক এনেকৈ আঘাত কৰিব, যে, সি পানীৰ সোঁতত লৰি থকা নলৰ নিচিনা হব, আৰু তেওঁ ইস্ৰায়েলক, সিবিলাকৰ ওপৰপিতৃবিলাকক দিয়া উত্তম দেশৰ পৰা উঘালি, নদীৰ সিপাৰে সিঁচৰতি কৰিব; কাৰণ সিবিলাকে আপোন আপোন আচেৰা মূৰ্ত্তি নিৰ্ম্মাণ কৰি যিহোৱাক বেজাৰ দিলে। [১৬] যাৰবিয়ামে যি যি পাপ কৰিলে, আৰু যিবোৰ পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰালে, যাৰবিয়ামৰ সেইবোৰ পাপৰ কাৰণে তেওঁ ইস্ৰায়েলক ত্যাগ কৰিব। [১৭] পাছে যাৰবিয়ামৰ

তিৰুতাই উঠি গৈ তিৰ্চা পালে ; আৰু তাই দুৱাৰ-ডলিত ভৰি দিয়ামাত্ৰকে লৰাটী মৰিল। ১৮ পাছে যিহোৱাই আপোন দাস অহিয়া ভাববাদীৰ মুখে যি কথা কৈছিল, সেই দৰে গোটেই ইস্ৰায়েলে তাক মৈদাম দিলে, আৰু তাৰ নিমিত্তে বিলাপ কৰিলে। ১৯ যাৰবিয়ামৰ অৱশিষ্ট বৃত্তান্ত, অৰ্থাৎ তেওঁ কি ৰূপে যুদ্ধ কৰিলে, আৰু কি প্ৰকাৰে ৰাজ্য শাসন কৰিলে, দেখা, তাৰ বিবৰণ ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা আছে। ২০ যাৰবিয়ামে বাইশ বছৰ ৰাজত্ব কৰি, আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হল ; পাছে তেওঁৰ পুত্ৰ নাদব তেওঁৰ পদত ৰজা হল।

২১ চলোমনৰ পুত্ৰ ৰহবিয়াম যিহূদা দেশৰ ওপৰত ৰজা হল ; ৰহবিয়ামে একচল্লিশ বছৰ বয়সত ৰজা হৈ, যিহোৱাই আপোন নাম স্থাপন কৰিবৰ অৰ্থে ইস্ৰায়েলৰ আটাই ফৈদৰ মাজৰ পৰা মনোনীত কৰা নগৰ যিৰূচালেমত সোতেৰ বছৰ ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম অম্মোনীয়া নয়মা। ২২ কিন্তু যিহূদাই যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে ; সিবিলাকে আপোনাবিলাকৰ পূৰ্ব্বপুৰুষবিলাকে কৰা কাৰ্য্যতকৈয়ো আপোনাবিলাকৰ পাপকৰ্ম্মৰ দ্বাৰায় তেওঁৰ অন্তৰ্জ্জ্বালা অধিককৈ জন্মালে। ২৩ কিয়নো সিবিলাকেও প্ৰত্যেক ওখ পৰ্ব্বতত, আৰু প্ৰত্যেক কেঁচাপতীয়া গছৰ তলত আপোনাবিলাকৰ নিমিত্তে ওখ ঠাই, স্তম্ভ, আৰু আচেৰা মূৰ্ত্তিবোৰ যুগুত কৰিলে ; ২৪ আৰু দেশত নট লোকো আছিল ; যিহোৱাই ইস্ৰায়েলৰ সন্তানবিলাকৰ সন্মুখৰ পৰা যি জাতিবোৰক দূৰ কৰিছিল, সিহঁতৰ সকলো ঘিণলগীয়া কাৰ্য্যৰ দৰে সিবিলাকে কাৰ্য্য কৰিলে। ২৫ পাছে ৰহবিয়ামৰ ৰাজত্বৰ পঞ্চম বছৰত মিচৰৰ ৰজা চীচকে যিৰূচালেমৰ বিৰুদ্ধে আহি, ২৬ যিহোৱাৰ গৃহত আৰু ৰাজগৃহত সাঁচি থোৱা বস্তুবোৰ লৈ গল ; তেওঁ সকলোকে নিলে, আৰু চলোমনে সজোৱা সোণৰ ঢালবোৰো লৈ গল। ২৭ পাছে ৰহবিয়াম ৰজাই সেইবোৰৰ সলনি পিত্তলৰ ঢাল কৰাই ৰাজগৃহৰ দুৱাৰ-ৰখীয়া প্ৰহৰীবোৰৰ অধ্যক্ষবিলাকৰ হাতত সোধাই দিলে। ২৮ তাতে যিমানবাৰ ৰজা যিহোৱাৰ গৃহত সোমায়, সিমানবাৰ প্ৰহৰীবোৰে সেই ঢালবোৰ লৈ যায়, পাছত আকৌ প্ৰহৰীৰ থোঁটালীলৈ ওভোটাই আনে। ২৯ ৰহবিয়ামৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা সকলো কাৰ্য্যৰ কথা জানো যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই ? ৩০ ৰহবিয়াম আৰু যাৰবিয়ামৰ মাজত সদায় যুদ্ধ আছিল। ৩১ পাছে ৰহবিয়াম আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হল, আৰু আপোন ওপৰ-পিতৃবিলাকৰ লগত দায়ূদৰ নগৰত তেওঁক মৈদাম দিয়া হল ; তেওঁৰ মাকৰ নাম অম্মোনীয়া নয়মা ; পাছে তেওঁৰ পুত্ৰ অবিয়াম তেওঁৰ পদত ৰজা হল।

যিহূদাৰ ওপৰত অবিয়ামৰ আৰু আচাৰ ৰাজত্ব।

**১৫** নবাটৰ পুত্ৰ যাৰবিয়ামৰ ৰাজত্বৰ অষ্টাদশ বছৰত অবিয়ামে যিহূদাৰ ওপৰত ৰজা হৈ, ২ তিনি বছৰ যিৰূচালেমত ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম অবীচালোমৰ জীয়েক মাখা আছিল। ৩ তেওঁৰ পূৰ্ব্বে তেওঁৰ বাপেকে কৰা পাপৰ দৰে তেওঁ পাপ-আচৰণ কৰিলে ; তেওঁৰ ওপৰ-পিতৃ দায়ূদৰ মন যেনে সিদ্ধ আছিল, তেওঁৰ মন আপোন ঈশ্বৰ যিহোৱাৰ আগত তেনে সিদ্ধ নাছিল। ৪ তথাপি তেওঁৰ পাছত তেওঁৰ সন্তানক স্থাপন কৰিবলৈ, আৰু যিৰূচালেমক স্থিৰ কৰিবলৈ, তেওঁৰ ঈশ্বৰ যিহোৱাই দায়ূদৰ কাৰণে তেওঁক যিৰূচালেমত এক প্ৰদীপ দিলে। ৫ কিয়নো, যিহোৱাৰ দৃষ্টিত যি ন্যায়, দায়ূদে তাকেই কৰিছিল ; হিত্তীয়া উৰিয়াৰ কথাৰ বাহিৰে, তেওঁ আপোনাৰ আয়ুসৰ গোটেই কালত, যিহোৱাই তেওঁক দিয়া কোনো আজ্ঞাৰ পৰা বিমুখ হোৱা নাছিল। ৬ ৰহবিয়াম আৰু যাৰবিয়ামৰ মাজত যি যুদ্ধ আছিল, সেয়ে তেওঁৰ আয়ুসৰ সকলো কালত চলিল। ৭ অবিয়ামৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ কথা যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত জানো লিখা নাই ? আৰু অবিয়াম ও যাৰবিয়ামৰ মাজত যুদ্ধ চলি আছিল। ৮ পাছে অবিয়াম আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হল, আৰু লোকবিলাকে তেওঁক দায়ূদৰ নগৰত মৈদাম দিলে ; পাছে তেওঁৰ পুত্ৰ আচা তেওঁৰ পদত ৰজা হল।

৯ ইস্রায়েলর রজা যারবিয়ামর রাজত্বর বিশ বছরর বছরি আচাই যিহূদার রজা হৈ, ১০ একচল্লিশ বছর যিরূচালেমত রাজত্ব করিলে; তেওঁর বুঢ়ী মাকর নাম অবীচালোমর জীয়েক মাখা আছিল। ১১ আচাই আপোন ওপর-পিতৃ দায়ূদর দরে, যিহোবার দৃষ্টিত যি ন্যায়, তাকেই করিলে। ১২ তেওঁ দেশর পরা নট লোকবোরক দূর করিলে, আরু আপোন ওপর-পিতৃবিলাকে স্থাপন করা মূর্ত্তিবোর গুচালে। ১৩ আরু তেওঁর বুঢ়ী মাক মাখাই আচেরা মূর্ত্তি বুলি এটা ঘিণলগীয়া প্রতিমা স্থাপন করিছিল দেখি, আচাই তেওঁর রাজমাওপদ গুচালে, আরু তেওঁ স্থাপন করা মূর্ত্তিকো কাটি কিদ্রোণ জুরীর কোষত পুড়ি পেলালে। কিন্তু ওখ ঠাইবোর গুচুউরা নহল; ১৪ তথাপি আচার মন আপোন আয়ুসর সকলো কালত যিহোবার দৃষ্টিত সিদ্ধ আছিল। ১৫ আরু তেওঁ আপোন পিতৃয়ে পবিত্র করা আরু আপুনি পবিত্র করা বস্তু, অর্থাৎ রূপ, সোণ, আরু পাত্রবোর যিহোবার গৃহলৈ আনিলে। ১৬ আচার আরু ইস্রায়েলর বাচা রজার মাজত তেওঁবিলাকর আয়ুসর গোটেই কালত যুদ্ধ আছিল। ১৭ আরু যিহূদার রজা আচার ফাললৈ কাকো অহা-যোৱা করিবলৈ নিদিবর আশয়েরে, ইস্রায়েলর রজা বাচাই যিহূদার বিরুদ্ধে যাত্রা করি রামা দৃঢ় করিবলৈ ধরিলে। ১৮ তাতে আচাই যিহোবার গৃহর ভঁরালর অবশিষ্ট রূপ, সোণ, আরু রাজগৃহর ভঁরালরো ধন লৈ আপোন দাসবিলাকর হাতত দিলে; আরু আচা রজাই হিজিয়োনর নাতিয়েক টব্‌রিম্মোনর পুত্র বিন-হদদ নামেরে দম্মেচকত থকা অরামীয়া রজার ওচরলৈ সেইবোর পঠাই এই কথা কোৱালে, বোলে, ১৯ মোর পিতৃ আরু আপোনার পিতৃর মাজত যেনে নিয়ম বন্ধা আছিল, তেনে নিয়ম মোর আরু আপোনার মাজত বন্ধা আছে; দেখোক, ময় আপোনালৈ রূপ আরু সোণ কিছু উপহার পঠাইছোঁ; আপুনি গৈ, ইস্রায়েলর বাচা রজা মোর ওচরর পরা গুচি যাবর নিমিত্তে, আপুনি তেওঁর লগত বন্ধা নিয়মটী ভাঙোক। ২০ তাতে বিন-হদদে আচা রজার কথা শুনি, ইস্রায়েলর নগরবোরর বিরুদ্ধে আপোন সৈন্যসামন্তর সেনাপতিবিলাকক পঠাই, ইয়োন, দান, আবেল-বৈৎ-মাখা, গোটেই কিন্নেরৎ, আরু নপ্তালীর সকলো দেশকে আঘাত করিলে। ২১ তেতিয়া বাচাই এই সম্বাদ পাই রামা দৃঢ় করিবলৈ এরি তির্চাত থাকিল। ২২ পাছে আচা রজাই গোটেই যিহূদাক মাতিলে, কাকো নেরিলে; আরু বাচাই যি শিল আরু কাঠবোরেরে রামা দৃঢ় করিছিল, রামার সেই শিল আরু কাঠবোর সিবিলাকে লৈ গল; আচা রজাই তার দ্বারায় বিন্যামীনর গেবা আরু মিস্পা দৃঢ় করিলে। ২৩ আচার অবশিষ্ট বৃত্তান্ত, তেওঁর সকলো পরাক্রম, তেওঁ করা সকলো কার্য্য, আরু তেওঁ দৃঢ় করা নগরবোরর কথা জানো যিহূদার রজা-বিলাকর ইতিহাস-পুস্তকখনিত লিখা নাই? কিন্তু বৃদ্ধ অবস্থাত তেওঁর ভরিত বেমার হল। ২৪ পাছে আচা আপোন ওপর-পিতৃবিলাকর লগত নিদ্রিত হল, আরু আপোন ওপর-পিতৃ দায়ূদর নগরত আপোন ওপর-পিতৃবিলাকর লগত তেওঁক মৈদাম দিয়া হল; পাছে তেওঁর পুত্র যিহোচাফট তেওঁর পদত রজা হল।

### ইস্রায়েলর ওপরত নাদব, বাচা, এলা, জিম্রী, আরু অম্রীর রাজত্ব।

২৫ যিহূদার আচা রজার রাজত্বর দ্বিতীয় বছরত যারবিয়ামর পুত্র নাদবে ইস্রায়েলর ওপরত রজা হৈ, ইস্রায়েলর ওপরত দুবছর রাজত্ব করিলে। ২৬ তেওঁ যিহোবার দৃষ্টিত কু-আচরণ করিলে; তেওঁ আপোন পিতৃর পথত, তেওঁর পিতৃয়ে যি পাপর দ্বারায় ইস্রায়েলক পাপ করাইছিল, সেই পাপত চলিছিল। ২৭ পাছে ইচাখরর বংশর অহিয়ার পুত্র বাচাই তেওঁর বিরুদ্ধে চক্রান্ত করি, পলেষ্টীয়াবিলাকর অধীনত থকা গিব্বথোনত তেওঁক মারিলে; কিয়নো নাদব আরু গোটেই ইস্রায়েলে গিব্বথোন অবরোধ করিছিল। ২৮ যিহূদার আচা রজার রাজত্বর তৃতীয় বছরত বাচাই নাদবক বধ করি, তেওঁর পদত নিজে রজা হল। ২৯ রজা হোৱা-মাত্রকে তেওঁ যারবিয়ামর গোটেই বংশকে উচ্ছন্ন করিলে; যিহোবাই আপোন দাস চীলোনীয়া অহিয়ার মুখে কোৱা বাক্য অনুসারে,

তেওঁ যাৰবিয়ামৰ সম্বন্ধীয়া উশাহ লোৱা কাকো অৱশিষ্ট নেৰাখিলে, সকলোকে সংহাৰ কৰিলে। [৩০] যাৰবিয়ামে যি যি পাপ নিজে কৰিছিল, আৰু যিবোৰ পাপৰ দ্বাৰায় তেওঁ ইস্রায়েলক পাপ কৰাইছিল, আৰু যি অসন্তোষজনক কাৰ্য্যৰ দ্বাৰায় ইস্রায়েলৰ ঈশ্বৰ যিহোৱাক বেজাৰ দিছিল, তাৰ কাৰণে এয়ে ঘটিল। [৩১] নাদবৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা সকলো কাৰ্য্যৰ কথা ইস্রায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত জানো লিখা নাই? [৩২] আচা আৰু ইস্রায়েলৰ বাচা ৰজাৰ মাজত তেওঁবিলাকৰ আয়ুসৰ গোটেই কালত যুদ্ধ আছিল।

[৩৩] যিহূদাৰ আচা ৰজাৰ ৰাজত্বৰ তৃতীয় বছৰত অহিয়াৰ পুত্ৰ বাচাই তিৰ্চাত গোটেই ইস্রায়েলৰ ওপৰত ৰজা হৈ চাব্বিশ বছৰ ৰাজত্ব কৰিলে। [৩৪] তেওঁ যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰিলে, আৰু যাৰবিয়ামৰ পথত, যাৰবিয়ামে যি পাপৰ দ্বাৰায় ইস্রায়েলক পাপ কৰাইছিল, **১৬** সেই পাপত তেওঁ চলিলে। পাছে হনানীৰ পুত্ৰ যেহূৰ ওচৰলৈ বাচাৰ বিৰুদ্ধে যিহোৱাৰ বাক্য আহিল, বোলে, [২] মই তোমাক ধূলিৰ পৰা তুলি আপোন প্ৰজা ইস্রায়েলৰ ওপৰত অধিপতি পাতিলোঁ; কিন্তু তুমি যাৰবিয়ামৰ পথত চলি, মোৰ প্ৰজা ইস্রায়েলৰ পাপৰ দ্বাৰায় মোক বেজাৰ দিবলৈ সিবিলাকক পাপ কৰালা; [৩] দেখা, মই বাচা আৰু তেওঁৰ বংশক নিচেইকৈ সাৰি পেলাম; আৰু নবাটৰ পুতেক যাৰবিয়ামৰ বংশৰ দৰে তোমাৰ বংশকো কৰিম। [৪] বাচাৰ যি কোনো লোক নগৰত মৰিব, তাক কুকুৰবোৰে খাব; আৰু তেওঁৰ যি কোনো লোক নগৰৰ বাহিৰত মৰিব, তাক আকাশৰ চৰাইবোৰে খাব। [৫] বাচাৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা কাৰ্য্য, আৰু পৰাক্ৰমৰ কথা জানো ইস্রায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই? [৬] পাছে বাচা আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হল, আৰু তিৰ্চাত তেওঁক মৈদাম দিয়া হল; পাছে তেওঁৰ পুত্ৰ এলা তেওঁৰ পদত ৰজা হল। [৭] আৰু বাচাই আপোন হাতৰ কাৰ্য্যৰ দ্বাৰায় যিহোৱাক বেজাৰ দিবৰ নিমিত্তে যাৰবিয়ামৰ বংশৰ নিচিনা হৈ যিহোৱাৰ সাক্ষাতে তেওঁ কৰা সকলো কুকৰ্ম্মৰ কাৰণে, আৰু যাৰবিয়ামক বধ কৰাৰ কাৰণেও হনানীৰ পুত্ৰ যেহূ ভাববাদীৰ দ্বাৰায় বাচাৰ আৰু তেওঁৰ বংশৰ অহিতে যিহোৱাৰ বাক্য আহিছিল।

[৮] যিহূদাৰ আচা ৰজাৰ ৰাজত্বৰ চাব্বিশ বছৰৰ বছৰি বাচাৰ পুত্ৰ এলাই ইস্রায়েলৰ ওপৰত তিৰ্চাত ৰজা হৈ দুবছৰ ৰাজত্ব কৰিলে। [৯] পাছে তেওঁৰ সৈন্যৰ আধা লোকৰ অধ্যক্ষ জিম্ৰী নামেৰে তেওঁৰ দাসে তেওঁৰ বিৰুদ্ধে চক্ৰান্ত কৰিলে। [১০] এলাই তিৰ্চাত আপোনাৰ ঘৰগিৰি অৰ্চাৰ ঘৰত পান কৰি মতলীয়া হলত, জিম্ৰীয়ে সোমাই গৈ, যিহূদাৰ আচা ৰজাৰ ৰাজত্বৰ সাতাইশ বছৰৰ বছৰি তেওঁক প্ৰহাৰ কৰি বধ কৰিলে, আৰু তেওঁৰ পদত নিজে ৰজা হল। [১১] পাছে তেওঁ ৰজা হৈ সিংহাসনত বহামাত্ৰে, বাচাৰ সকলো বংশকে বধ কৰিলে; তেওঁ বাচাৰ সম্বন্ধীয়া কোনো পুৰুষ, বা তেওঁৰ জ্ঞাতি-কুটুম্ব, বা কোনো বন্ধুৰ কাকো অৱশিষ্ট নেৰাখিলে। [১২] এই ৰূপে, যেহূ ভাববাদীৰ দ্বাৰায় বাচাৰ বিৰুদ্ধে কোৱা যিহোৱাৰ বাক্য অনুসাৰে জিম্ৰীয়ে তেওঁৰ আটাই বংশ বিনষ্ট কৰিলে। [১৩] বাচা আৰু তেওঁৰ পুত্ৰ এলাই আপোনাৰ অসাৰ প্ৰতিমাৰ দ্বাৰায় ইস্রায়েলৰ ঈশ্বৰ যিহোৱাক বেজাৰ দিবলৈ যি যি পাপ কৰিছিল, আৰু যিহৰ দ্বাৰায় ইস্রায়েলক পাপ কৰাইছিল, সেই সকলো পাপৰ কাৰণে এয়ে ঘটিল। [১৪] এলাৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ কথা জানো ইস্রায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই?

[১৫] যিহূদাৰ আচা ৰজাৰ ৰাজত্বৰ সাতাইশ বছৰৰ বছৰি জিম্ৰীয়ে সাত দিন তিৰ্চাত ৰাজত্ব কৰিছিল। সেই সময়ত লোকবিলাকে পলেষ্টীয়াবিলাকৰ অধীনৰ গিব্বথোনৰ বিৰুদ্ধে ছাউনি পাতিছিল। [১৬] পাছে জিম্ৰীয়ে চক্ৰান্ত কৰি ৰজাক বধ কৰা কথা সেই ছাউনিত থকা লোকবিলাকে শুনিলত, গোটেই ইস্রায়েলে সেই দিনা ছাউনিৰ মাজত অম্ৰী নামেৰে সেনাপতিক ইস্রায়েলৰ ওপৰত ৰজা পাতিলে। [১৭] পাছে অম্ৰী আৰু তেওঁৰ লগত গোটেই ইস্রায়েলে গিব্বথোনৰ পৰা যাত্ৰা কৰি গৈ তিৰ্চা অৱৰোধ কৰিলে। [১৮] তাতে, নগৰখন

হাত কৰি লোৱা দেখি জিম্ৰীয়ে ৰাজগৃহৰ দুৰ্গত সোমাই নিজৰ চাৰিওফালে জুই লগাই দি প্ৰাণত্যাগ কৰিলে। [19] তেওঁ যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰি, যাৰবিয়ামৰ পথত, তেওঁ যিহৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, সেই পাপত চলি যি যি পাপ কৰিছিল, সেইবোৰৰ কাৰণে তেওঁৰ এই গতি হল। [20] জিম্ৰীৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা চক্ৰান্তৰ কথা জানো ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই ?

[21] সেই সময়ত ইস্ৰায়েল লোকবিলাক দুভাগ হল: এভাগ লোকে গীনতৰ পুত্ৰ তিব্‌নীক ৰজা কৰিবলৈ তেওঁৰ পাছত চলোঁতা হল, আৰু আন ভাগ লোকে অম্ৰীৰ পাছত চলিলে। [22] কিন্তু, অম্ৰীৰ পাছত চলা লোকবোৰে গীনতৰ পুত্ৰ তিব্‌নীৰ পাছত চলাবিলাকক পৰাজয় কৰিলে; তাতে তিব্‌নী মৰিলত, অম্ৰী ৰজা হল। [23] যিহূদাৰ আচা ৰজাৰ ৰাজত্বৰ একত্ৰিশ বছৰৰ বছৰি অম্ৰীয়ে ইস্ৰায়েলৰ ওপৰত ৰজা হৈ বাৰ বছৰ ৰাজত্ব কৰিলে; তেওঁ তিৰ্চাত ছবছৰ ৰাজত্ব কৰিলে। [24] পাছে তেওঁ দুই কিক্কৰ ৰূপ দি চেমৰৰ পৰা চমৰিয়া পৰ্ব্বত কিনি লৈ, তাৰ ওপৰত এখন নগৰ সাজিলে; পাছে সেই পৰ্ব্বতৰ গৰাকী চেমৰৰ নাম অনুসাৰেই, তেওঁ নিজে সজা সেই নগৰৰ নাম চমৰিয়া ৰাখিলে। [25] কিন্তু অম্ৰীয়ে যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰিলে, আৰু তেওঁৰ আগৈয়ে যিবিলাক আছিল, সিবিলাকতকৈয়ো অধিক দুৰাচাৰী হল। [26] কিয়নো নবাটৰ পুতেক যাৰবিয়ামৰ আটাই পথত, আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাক সিবিলাকৰ অসাৰ প্ৰতিমাৰ দ্বাৰায় বেজাৰ দিবলৈ যিবোৰ পাপৰ দ্বাৰায় তেওঁ ইস্ৰায়েলক পাপ কৰাইছিল, তেওঁৰ সেইবোৰ পাপতে অম্ৰীয়ে চলিলে। [27] অম্ৰীৰ অৱশিষ্ট কাৰ্য্যৰ বৃত্তান্ত, তেওঁ দেখুউৱা পৰাক্ৰমৰ কথা ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত জানো লিখা নাই ? [28] পাছে অম্ৰী আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হল, আৰু তেওঁক চমৰিয়াত মৈদাম দিয়া হল; পাছে তেওঁৰ পুত্ৰ আহাব তেওঁৰ পদত ৰজা হল।

আহাবৰ ৰাজত্ব। এলিয়াই বিধৱাৰ লৰা এটাক পুনৰায় জীউৱা।

[29] যিহূদাৰ আচা ৰজাৰ ৰাজত্বৰ আঁঠত্ৰিশ বছৰৰ বছৰি, অম্ৰীৰ পুত্ৰ আহাব ইস্ৰায়েলৰ ওপৰত ৰজা হল; আৰু অম্ৰীৰ পুত্ৰ আহাবে বাইশ বছৰ চমৰিয়াত ৰাজত্ব কৰিলে। [30] তেওঁৰ আগৈয়ে যিবিলাক আছিল, সেই সকলোতকৈয়ো অম্ৰীৰ পুত্ৰ আহাবে যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰিলে। [31] আৰু নবাটৰ পুতেক যাৰবিয়ামৰ পাপত চলা তেওঁলৈ ইমান লঘু যেন হল, যে, তেওঁ চীদোনীয়াবিলাকৰ এৎবাল ৰজাৰ ঈজেবল নামেৰে জীয়েকক বিয়া কৰিলে, আৰু গৈ বালক পূজা কৰিবলৈ আৰু তাৰ আগত প্ৰণিপাত কৰিবলৈ ধৰিলে। [32] আৰু তেওঁ চমৰিয়াত নিৰ্ম্মাণ কৰা বালৰ ঘৰত বালৰ নিমিত্তে এটা যজ্ঞবেদিও স্থাপন কৰিলে। [33] আৰু আহাবে ভাত থকা আচেৰা মূৰ্ত্তি সাজিলে; এই ৰূপে, আপোনাৰ পূৰ্ব্বে থকা ইস্ৰায়েলৰ সকলো ৰজাতকৈ, তেওঁ ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাক বেজাৰ দিবলৈ অধিক কাৰ্য্য কৰিলে। [34] তেওঁ ৰাজত্ব কৰা কালত বৈৎ-এলীয়া হীয়েলে পুনৰায় যিৰীহো নিৰ্ম্মাণ কৰিলে। তাতে, যিহোৱাই নূনৰ পুত্ৰ যিহো-চূৱাৰ মুখে কোৱা বাক্য অনুসাৰে, সি আপোন বড় পুতেক অবীৰামক দণ্ডস্বৰূপে দি তাৰ ভিত্তিমূল স্থাপন কৰিলে, আৰু আপোন সৰু পুতেক চগূবক দণ্ডস্বৰূপে দি তাৰ দুৱাৰ লগালে।

**১৭** পাছে গিলিয়দ-প্ৰবাসীবিলাকৰ মাজৰ তিচবীয়া এলিয়াই আহাবক কলে, ময় যি জনাৰ সাক্ষাতে থিয় হৈ আছোঁ, সেই ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ জীৱনৰ শপথ, এই কেইবছৰ নিয়ৰ কি বৰষুণ নপড়িব, কেৱল মোৰ বাক্য অনুসাৰেহে পড়িব। [2] পাছে তেওঁৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে, [3] তুমি এই ঠাইৰ পৰা প্ৰস্থান কৰা, আৰু পুব দিশলৈ গৈ যৰ্দ্দনৰ সন্মুখত থকা কৰীৎ জুৰীৰ কোষত লুকাই থাকাগৈ। [4] তুমি সেই জুৰীৰ পানী পান কৰিবলৈ পাবা, আৰু সেই ঠাইত তোমাৰ খোৱা বস্তু যোগাবলৈ ময় কাউৰিবোৰক আজ্ঞা কৰিলোঁ। [5] তাতে তেওঁ গৈ যিহোৱাৰ বাক্য

অনুসারে কার্য্য করিলে ; কিয়নো তেওঁ গৈ যর্দ্দনর সম্মুখত থকা করীৎ জুৰীর কোষত বাস করিলেগৈ। [৬] তাতে কাউরিবোরে তেওঁর নিমিত্তে রাতিপুৱা পিঠা আরু মঙহ, আরু গধূলিও পিঠা আরু মঙহ আনি দিছিল, আরু তেওঁ সেই জুৰীর পানী পান করিছিল। [৭] কিছু কালর পাছে দেশত বরষুণ নোহোৱা হেতুকে, সেই জুৰীর পানী শুকাই গল।

[৮] পাছে তেওঁর ওচরলৈ যিহোৱার বাক্য আহিল, বোলে, [৯] তুমি উঠি চীদোনর অধীনর চারিফতলৈ গৈ, তাত বাস করাগৈ ; দেখা, তার এজনী বিধৱা তিরুতাক তোমার খোৱা বস্তু যোগাবলৈ ময় আজ্ঞা করিলোঁ। [১০] তাতে তেওঁ উঠি চারিফতলৈ যাত্রা করিলে ; পাছে সেই নগরর দুৱারমুখ পাই দেখিলে, যে, সেই ঠাইত এজনী বিধৱা তিরুতাই খরি বুটলিছে ; তাতে তেওঁ তাইক মাতি কলে, বিনয় করোঁ, ময় পান করিবলৈ তুমি এটা পাত্রত্‌কৈ অলপমান পানী আনাগৈ। [১১] তেতিয়া সেই তিরুতাই তাক আনিবলৈ যাওঁতে, তেওঁ তাইক আকৌ মাতি কলে, বিনয় করোঁ, তুমি মোর নিমিত্তে এডুখরি পিঠাও হাতত্‌কৈ আনিবা। [১২] তাতে তাই কলে, তোমার ঈশ্বর যিহোৱার জীৱনর শপথ, মোর ঘরত এটা পিঠাও নাই ; কেৱল কলহত এমুঠিমান আটাগুড়ি, আরু টেকেলিত এটোপামান তেল আছে ; দেখা, ময় দুডালমান খরি বুটলিছোঁ, ইয়াকে লৈ গৈ মোর আরু মোর লরাটীর নিমিত্তে তাক সিজাম ; পাছে আমি তাকে খাই মরিম। [১৩] তেতিয়া এলিয়াই তাইক কলে, ভয় নকরিবা ; যিহকে কলা, তাকে করাগৈ ; কিন্তু প্রথমে তারে মোর নিমিত্তে এটা সরু পিঠা করি আনিবা, পাছত তোমার, আরু তোমার পুতেরার নিমিত্তে করিবা। [১৪] কিয়নো ইস্রায়েলর ঈশ্বর যিহোৱাই এই কথা কৈছে, যিহোৱাই পৃথিবীত বরষুণ নেপেলাইমানলৈকে কলহর আটাগুড়ি নুটুকাব, আরু টেকেলির তেলো ওর নপড়িব। [১৫] পাছে তাই গৈ এলিয়ার বাক্যর দরেই করিলে ; তেতিয়ারে পরা তাই, তেওঁ, আরু তাইর পরিয়ালবিলাকে বহুদিনলৈকে খাবলৈ পালে। [১৬] যিহোৱাই এলিয়ার মুখে কোৱা বাক্য অনুসারে কলহর আটাগুড়ি নুটুকাল, আরু টেকেলির তেলো ওর নপড়িল। [১৭] এইবোর ঘটনার পাছে, ঘরর গৃহিণী সেই তিরুতার পুতেক নরীয়া পড়িল ; আরু তার নরীয়া এনেহে টান হল, যে, তার আরু উশাহ নেথাকিল। [১৮] তাতে সেই তিরুতাই এলিয়াক কলে, হে ঈশ্বরর লোক, আপোনার লগত মোর কি সম্বন্ধ ? আপুনি মোর অপরাধ সোঁৱরাবলৈ আরু মোর পুত্রক মারি পেলাবলৈ আহিল। [১৯] তাতে এলিয়াই তাইক কলে, তোমার পোৱাঁক মোক দিয়া। পাছে তেওঁ তাইর কোলার পরা লরাটী লৈ আপুনি থকা ওপর-খোঁটালীলৈ তুলি নি, আপোনার শয্যাত শুৱালে। [২০] আরু তেওঁ যিহোৱার আগত প্রার্থনা করি কলে, হে মোর ঈশ্বর যিহোৱা, ময় যি বিধৱার ঘরত প্রবাস করি আছোঁ, তুমি নো তাইর পুত্রকে মারি পেলাই তাইলৈ অমঙ্গল করিলা নে ? [২১] পাছে তেওঁ লরাটীর ওপরত তিনিবার দীঘল হৈ পড়ি যিহোৱার আগত প্রার্থনা করি কলে, হে মোর ঈশ্বর যিহোৱা, ময় বিনয় করোঁ, এই লরাটীর ভিতরলৈ প্রাণ উলটি আহিবলৈ দিওক। [২২] তেতিয়া যিহোৱাই এলিয়ার কথালৈ কাণ দিলত, লরাটীর প্রাণ তার ভিতরলৈ উলটি আহিল, [২৩] আরু সি পুনরায় জীলে। পাছে এলিয়াই লরাটী লৈ ওপর-খোঁটালীর পরা ঘরর ভিতরলৈ নামি আহি, তার মাকর ওচরত সোধাই দিলে ; আরু এলিয়াই কলে, দেখা, এইয়া, তোমার পোৱাঁ জীলে। [২৪] তাতে সেই তিরুতাই এলিয়াক কলে, এতিয়া ময় জানিলোঁ, যে, আপুনি ঈশ্বরর লোক, আরু আপোনার মুখত থকা যিহোৱার বাক্যও সত্য।

এলিয়াই আহাবর সাক্ষাৎ হোৱা, আরু বালর ভাবৰাদীবিলাকক জয় করা।

১৮ বহুদিনর পাছত, তৃতীয় বছরত যিহোৱার বাক্য এলিয়ালৈ আহিল, বোলে; তুমি গৈ আহাবক দর্শন দিয়া ; পাছে ময় দেশলৈ বৃষ্টি পঠাম। [২] তাতে এলিয়াই আহাবক দর্শন দিবলৈ গল। সেই কালত চমরিয়াত আকাল বড় টান আছিল। [৩] পাছে আহাবে রাজগৃহর ঘরগিরি ওবদিয়াক মাতিলে ; ( সেই ওবদিয়া

যিহোৱাৰ অতিশয় ভয়কাৰী লোক আছিল ; [৪] কিয়নো, যি সময়ত ঈজেবলে যিহোৱাৰ ভাববাদীবিলাকক উচ্ছন্ন কৰিছিল, সেই সময়ত ওবদিয়াই এশ ভাববাদীক লৈ পঞ্চাশ জন পঞ্চাশ জনকৈ গুহাত লুকুৱাই ৰাখি, অন্ন-জল দি প্ৰতিপালন কৰিছিল।) [৫] আৰু আহাবে সেই ওবদিয়াক কলে, দেশত যিমান জলৰ ভুমুক আৰু জুৰী আছে, তুমি সেইবোৰলৈ যোৱা ; কিজানি আমি কিছু ঘাঁহ পাম ; তাতে ঘোঁৰা আৰু খছৰবোৰৰ প্ৰাণ ৰক্ষা কৰিব পাৰিম ; সেয়ে হলে, আমি আটাইবোৰ পশু নেহেৰুৱাম। [৬] পাছে তেওঁবিলাকে দেশৰ মাজেদি ভ্ৰমণ কৰিবলৈ, তেওঁবিলাক দুয়োৰো মাজতে দেশ দুভাগ কৰিলে ; আহাব অকলেই এক বাটেদি গল, আৰু ওবদিয়াও অকলে আন বাটেদি গল। [৭] পাছে ওবদিয়া বাটত যাওঁতে, দেখা, এলিয়াই তেওঁক লগ পালে ; তাতে ওবদিয়াই তেওঁক চিনি পাই ভূমিলৈ মুকৈ পড়ি তেওঁক কলে, আপুনি মোৰ প্ৰভু এলিয়া হয় নে ? [৮] তাতে তেওঁ কলে, ময় হওঁ ; তুমি যোৱা, আৰু এলিয়া ইয়াত আছে বুলি তোমাৰ প্ৰভুক কোৱাগৈ। [৯] তেওঁ কলে, ময় কি পাপ কৰিলোঁ, যে আপুনি আপোনাৰ দাস মোক বধ কৰিবৰ অৰ্থে আহাবৰ হাতত সোধাই দিছে ? [১০] আপোনাৰ ঈশ্বৰ যিহোৱাৰ জীৱনৰ শপথ, মোৰ প্ৰভু ৰজাই আপোনাক বিচাৰিবলৈ নপঠিওৱা এনে কোনো জাতি বা ৰাজ্য নাই ; আৰু সেই জাতি বা ৰাজ্যৰ লোকে যেতিয়া তেওঁ ইয়াত নাই বুলি কৈছিল, তেতিয়া আপোনাক যে পোৱা নাই, তাক নিশ্চয় কৰিবৰ অৰ্থে তেওঁ সেই জাতি আৰু ৰাজ্যৰ লোকক শপথ খুৱাইছিল। [১১] এতিয়া আপুনি কৈছে, দেখা, এলিয়া ইয়াতে আছে, এই বুলি তোমাৰ প্ৰভুৰ আগত কোৱাগৈ। [১২] কিন্তু ময় আপোনাৰ ওচৰৰ পৰা যোৱামাত্ৰকে, ময় নজনা কোনো এক ঠাইলৈ যিহোৱাৰ আত্মাই আপোনাক লৈ যাব ; তাতে ময় গৈ আহাবক সম্বাদ দিলে, যদি তেওঁ আপোনাক লগ নেপায়, তেতিয়া তেওঁ মোক বধ কৰিব ; কিন্তু আপোনাৰ দাস ময় লৰা কালৰে পৰা যিহোৱাৰ ভয়কাৰী লোক আছোঁ। [১৩] ঈজেবলে যিহোৱাৰ ভাববাদীবিলাকক বধ কৰা কালত ময় কি কৰিছিলোঁ, ময় যিহোৱাৰ এশ ভাববাদীক পঞ্চাশ জন পঞ্চাশ জনকৈ গুহাত লুকুৱাই ৰাখি, সিবিলাকক অন্ন-জল দি কেনেকৈ প্ৰতিপালন কৰিছিলোঁ, তাক জানো মোৰ প্ৰভুৱে শুনা নাই ? [১৪] তথাপি এতিয়া আপুনি কৈছে, যোৱা, দেখা, এলিয়া ইয়াত আছে, এই বুলি তোমাৰ প্ৰভুক কোৱাগৈ : তেওঁ দেখোন মোক বধ কৰিব। [১৫] তাতে এলিয়াই কলে, ময় যি জনাৰ সাক্ষাতে থিয় হৈ আছোঁ, সেই বাহিনীবিলাকৰ যিহোৱাৰ জীৱনৰ শপথ, ময় আজি নিশ্চয়ে তেওঁক দেখা দিম। [১৬] পাছে ওবদিয়াই আহাবৰ লগত সাক্ষাৎ কৰি তেওঁক সম্বাদ দিলে ; তাতে আহাবে এলিয়াৰ লগত সাক্ষাৎ কৰিবলৈ গৈ, [১৭] এলিয়াক দেখা পোৱামাত্ৰে কলে, হে ইস্ৰায়েলক দুঃখ দিওঁতা জন, তুমি আহিলা নে ? [১৮] এলিয়াই কলে, ময় ইস্ৰায়েলক দুঃখ দিয়া নাই ; কিন্তু তুমি আৰু তোমাৰ পিতৃ-বংশইহে দুঃখ দিলা ; কিয়নো তোমালোকে যিহোৱাৰ আজ্ঞা ত্যাগ কৰিলা, আৰু তুমি বাল দেৱতাৰ পাছত চলিলা। [১৯] এতিয়া তুমি মানুহ পঠাই, গোটেই ইস্ৰায়েলক, আৰু ঈজেবলৰ মেজত ভোজন কৰোঁতা বালৰ ভাববাদী চাৰি শ পঞ্চাশ জনক, আৰু আচেৰাৰ ভাববাদী চাৰি শ জনক মোৰ ওচৰত কৰ্ম্মিল পৰ্ব্বতত গোটোৱা। [২০] তাতে আহাবে ইস্ৰায়েলৰ সকলো সন্তানৰ ওচৰলৈ মানুহ পঠাই সেই ভাববাদীবিলাকক কৰ্ম্মিল পৰ্ব্বতত গোট খুৱালে। [২১] পাছে এলিয়াই সকলো লোকৰ ওচৰলৈ আহি কলে, তোমালোকে কিমান কাললৈ দুই নাৰত দুই ভৰি দি থাকিবা ? যিহোৱা যদি ঈশ্বৰ হয়, তেন্তে তেওঁৰ পাছত চলা ; কিন্তু বাল যদি ঈশ্বৰ হয়, তেন্তে তাৰে পাছত চলা। কিন্তু লোকবিলাকে তেওঁক একো উত্তৰ নিদিলে। [২২] তাতে এলিয়াই লোকবিলাকক কলে, যিহোৱাৰ একজনমাত্ৰ ভাববাদী ময়হে অৱশিষ্ট আছোঁ ; কিন্তু বালৰ ভাববাদী চাৰি শ পঞ্চাশ জন আছে [২৩] এই হেতুকে আমাক দুটা ভতৰা দিয়া হওক ; সিবিলাকে আপোনাবিলাকৰ নিমিত্তে এটা ভতৰা লওক, আৰু তাক ডোখৰ ডোখৰ কৰি কাটি খৰিৰ

ওপৰত থওক, কিন্তু তাৰ তলত জুই নিদিওক; আৰু মযো আন্‌টো ভতৰা যুগুত কৰি খৰিৰ ওপৰত ৰাখিম, আৰু তাৰ তলত জুই নিদিম। [২৪] পাছে তোমালোকে আপোনাবিলাকৰ দেৱতাৰ নামেৰে প্ৰাৰ্থনা কৰিবা, আৰু মযো যিহোৱাৰ নামেৰে প্ৰাৰ্থনা কৰিম; তাতে যি দেৱতাই অগ্নিৰ দ্বাৰায় উত্তৰ দিব, তেৱেঁই ঈশ্বৰ হওক। তাতে সকলো লোকে উত্তৰ কৰিলে, এইটো ভাল কথা। [২৫] আৰু এলিয়াই বালৰ ভাববাদীবিলাকক কলে, প্ৰথমে তোমালোকে আপোনাবিলাকৰ নিমিত্তে এটা ভতৰা লৈ তাক যুগুত কৰা, কিয়নো তোমালোক অনেক আছা; পাছে তোমালোকে আপোনাবিলাকৰ দেৱতাৰ নামেৰে প্ৰাৰ্থনা কৰিবা, কিন্তু তলত জুই নিদিবা। [২৬] তাতে সিহঁতক দিয়া ভতৰাটো লৈ সিহঁতে যুগুত কৰিলে, আৰু ৰাতিপুৱাৰে পৰা দুপৰীয়ালৈকে, হে বাল, আমাক উত্তৰ দিয়া, এই বুলি কৈ বালৰ নামেৰে প্ৰাৰ্থনা কৰিলে; কিন্তু কোনো বাণী নহল, আৰু কোনেও উত্তৰো নিদিলে। তাতে সিহঁতে সজা যজ্ঞবেদিৰ চাৰিওফালে ডেও দি ফুৰিবলৈ ধৰিলে। [২৭] পাছে দুপৰ বেলা এলিয়াই সিহঁতক বিদ্ৰূপ কৰি কলে, বৰকৈ ৰিঙিওৱাহঁক; কিয়নো সি দেৱতা, ধ্যান কৰিছে, বা কোনো ঠাইলৈ গৈছে, বা যাত্ৰা কৰিছে, নাইবা টোপনিতে আছে, তাক জগাব লাগে। [২৮] পাছে সিহঁতে বৰকৈ এঁটাহ পাৰি মাতিলে, আৰু আপোনাবিলাকৰ ৰীতিৰ দৰে, ধাৰেৰে তেজ নোবোৱালৈকে কটাৰীৰে আৰু শূলেৰে আপোনাবিলাকক ক্ষতবিক্ষত কৰিলে। [২৯] দুপৰ বেলা গলত, সিহঁতে সন্ধ্যাৰ নৈবেদ্য দিয়া সময়লৈকে ভাববাণী প্ৰচাৰ কৰিলে; তথাপি কোনো বাণী নহল, কোনোৱে উত্তৰ কি মনোযোগো নকৰিলে। [৩০] পাছে এলিয়াই আটাই লোকবিলাকক কলে, মোৰ ওচৰলৈ আহাঁ; তাতে সকলো লোক তেওঁৰ ওচৰলৈ গল। পাছে তেওঁ যিহোৱাৰ ভগা যজ্ঞবেদি মেৰামত কৰিলে। [৩১] তোমাৰ নাম ইস্ৰায়েল হব বুলি যি যাকোবৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিছিল, তেওঁৰ সন্তানবিলাকৰ ফৈদৰ সংখ্যা অনুসাৰে এলিয়াই বাৰটা শিল লৈ, [৩২] সেই শিলবোৰেৰে তেওঁ যিহোৱাৰ নামেৰে এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে; আৰু বেদিৰ চাৰিওফালে, দুই চেয়া কঠিয়া ধৰিব পৰা এটা খাল খানিলে। [৩৩] পাছে তেওঁ খৰি ৰীতিমতে সজাই, ভতৰাটো ডোখৰ ডোখৰ কৰি কাটি খৰিৰ ওপৰত দি কলে, চাৰি কলহ পানী ভৰাই এই হোম-বলিৰ ওপৰত আৰু খৰিবোৰৰ ওপৰত ঢালি দিয়া। [৩৪] পাছে তেওঁ কলে, দ্বিতীয়বাৰো কৰা; তাতে সিবিলাকে দ্বিতীয়বাৰো তাক কৰিলে। আৰু তেওঁ কলে, তৃতীয়বাৰো কৰা: তাতে সিবিলাকে তৃতীয়বাৰো তাক কৰিলে। [৩৫] তেতিয়া বেদিৰ চাৰিওফালে পানী বৈ গল, আৰু তেওঁ সেই খালো পানীৰে পূৰ কৰিলে। [৩৬] পাছে সন্ধ্যা বেলাৰ নৈবেদ্য দিয়া সময়ত এলিয়া ভাববাদীয়ে ওচৰলৈ আহি কলে, হে অব্ৰাহামৰ, ইচ্‌হাকৰ, আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা, ইস্ৰায়েলৰ মাজত তুমিয়েই যে ঈশ্বৰ, আৰু মযো তোমাৰ দাস, আৰু তোমাৰ বাক্যৰ প্ৰভাৱত মযো যে এই সকলো কাৰ্য্য কৰিছোঁ, ইয়াক আজি সকলোৱে জানোক। [৩৭] হে যিহোৱা, তুমিয়েই যে ঈশ্বৰ, আৰু তুমিয়েই যে ইবিলাকৰ মন পালটোৱাইছা, তাক এই লোকবিলাকে জানিবৰ নিমিত্তে, হে যিহোৱা, মোক উত্তৰ দিয়া, মোক উত্তৰ দিয়া। [৩৮] তেতিয়া যিহোৱাৰ অগ্নি পৰি, সেই হোম-বলি, খৰি, শিল, আৰু মাটি গ্ৰাস কৰিলে, আৰু খালত থকা পানীকো চেলেকি পেলালে। [৩৯] আটাই লোকবিলাকে তাকে দেখি ভূমিলৈ মূৰকৈ পৰি কলে, যিহোৱায়েই ঈশ্বৰ, যিহোৱায়েই ঈশ্বৰ। [৪০] পাছে এলিয়াই সিবিলাকক কলে, তোমালোকে বালৰ ভাববাদীবিলাকক ধৰা; সিহঁতৰ মাজৰ এটাকো সাৰি যাব নিদিবা। পাছে সিবিলাকে সিহঁতক ধৰিলত, এলিয়াই সিহঁতক কীচোন জুৰীলৈ লৈ গৈ, তাত সিহঁতক বধ কৰিলে। [৪১] পাছে এলিয়াই আহাবক কলে, তুমি উঠি গৈ ভোজন-পান কৰা; কিয়নো বৰ বৰষুণৰ শবদ হৈছে। [৪২] তাতে আহাবে ভোজন-পান কৰিবলৈ উঠি গল। আৰু এলিয়াই কৰ্ম্মিল পৰ্ব্বতৰ টিঙলৈ গৈ, মাটিলৈ চাপৰি আঁঠু দুটাৰ মাজত আপোনাৰ মুখ ৰাখিলে। [৪৩] পাছে তেওঁ আপোনাৰ দাসক কলে, এতিয়া উঠি সাগৰৰ ফালে চাই

আহঁাগৈ ; তাতে সি উঠি গৈ চাই আহি কলে, একোৱেই নাই। তেতিয়া এলিয়াই কলে, তুমি আকৌ যোৱা, সাত্‌বাৰ এই ৰূপে কৰা। [44] পাছে সপ্তমবাৰত সি কলে, দেখোক, মানুহৰ হাতৰ নিচিনা সৰু এখন মেঘ সাগৰৰ পৰা উঠিছে। তেতিয়া এলিয়াই কলে, তুমি উঠি গৈ আহাবক কোৱা, আপুনি ৰথ সজাই নামি যাওক ; নহলে যাবলৈ বৰষুণে আপোনাৰ বাধা জন্মাব। [45] ইয়াৰ অলপৰ পাছে মেঘেৰে আৰু বতাহেৰে আকাশ ক'লা হৈ উঠিল, আৰু বড় বৰষুণ হল। আৰু আহাবে ৰথত উঠি যিজ্ৰিয়েললৈ গল। [46] পাছে যিহোৱাৰ হাত এলিয়াৰ ওপৰত স্থিতি হলত, তেওঁ কঁকাল বান্ধি যিজ্ৰিয়েলত সোমোৱা ঠাইলৈকে আহাবৰ আগে আগে লৰ ধৰিলে।

এলিয়া পলাই যোৱা। তেওঁক ঈশ্বৰে দৰ্শন দিয়া। ইলীচাক আমন্ত্ৰণ কৰা।

**১৯** পাছে আহাবে, এলিয়াই কৰা সেই সকলো কাৰ্য্যৰ কথা, বিশেষকৈ তৰোৱালৰ দ্বাৰায় আটাই ভাববাদীবিলাকক বধ কৰা কথা ঈজেবলৰ আগত কলে। [2] তাতে ঈজেবলে এলিয়াৰ ওচৰলৈ দূত পঠাই এই কথা কলে, বোলে, কাইলৈ এনে সময়ত যদি ময় তোমাৰ প্ৰাণ সিবিলাকৰ এজনৰ প্ৰাণৰ নিচিনা নকৰোঁ, তেন্তে দেৱতাবিলাকে মোক অমুক আৰু তাত্‌কৈয়ো অধিক দণ্ড দিওক। [3] ইয়াকে দেখি এলিয়াই উঠি আপোন প্ৰাণ ৰাখিবৰ নিমিত্তে যাত্ৰা কৰি, যিহুদাৰ অধীনৰ বেৰ-চেবা পাই তাতে আপোনাৰ দাসক থলে। [4] কিন্তু তেওঁ নিজে এদিনৰ বাট অৰণ্যৰ মাজলৈ আগ বাঢ়ি গৈ এজোপা ৰোতম গছৰ তলত বহিল্‌গৈ, আৰু তেওঁ আপোনাৰ মৃত্যু প্ৰাৰ্থনা কৰিলে ; আৰু তেওঁ কলে, এয়ে যথেষ্ট, হে যিহোৱা, এতিয়া মোৰ প্ৰাণ লোৱা, কিয়নো ময় আপোন পূৰ্ব্ব-পুৰুষবিলাকত্‌কৈ উত্তম নহওঁ। [5] পাছে তেওঁ এজোপা ৰোতম গছৰ তলত শয়ন কৰি নিদ্ৰা গল, আৰু দেখা, এজন দূতে তেওঁক চুই কলে, উঠা, ভোজন কৰা। [6] তাতে তেওঁ চাই আপোন মূৰ-শিতানত, তপত শিলত পাক কৰা এটা পিঠা আৰু এটেকেলি পানী দেখিলে ; তেতিয়া তেওঁ ভোজন-পান কৰি পুনৰায় শয়ন কৰিলে। [7] পাছে যিহোৱাৰ দূতে দ্বিতীয়-বাৰ তেওঁৰ ওচৰলৈ আহি তেওঁক চুই কলে, উঠা, ভোজন কৰা ; কিয়নো তোমাৰ শক্তিত্‌কৈ এই পথ অধিক। [8] তাতে তেওঁ উঠি ভোজন-পান কৰিলে, আৰু সেই আহাৰৰ শক্তিৰেই চল্লিশ দিন চল্লিশ ৰাতি গৈ যিহোৱাৰ পৰ্ব্বত হোৰেব পালে। [9] পাছে তেওঁ তাৰ এটা গুহালৈ গৈ তাতে ৰাতি থাকিল ; তেতিয়া দেখা, তেওঁৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল ; তেওঁ কলে, হে এলিয়া, তুমি ইয়াত কি কৰিছা ? [10] তাতে তেওঁ কলে, ময় বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাৰ পক্ষে অতিশয় উদ্যোগী হলোঁ ; কিয়নো ইস্ৰায়েলৰ সন্তানবিলাকে তোমাৰ নিয়মটী ত্যাগ কৰিলে, তোমাৰ যজ্ঞবেদিবোৰ ভাঙ্গি পেলালে, আৰু তোমাৰ ভাববাদী-বিলাককো তৰোৱালৰ দ্বাৰায় বধ কৰিলে ; কেৱল ময়হে অৱশিষ্ট আছোঁ, আৰু সিহঁতে মোৰো প্ৰাণ লবলৈ বিচাৰিছে। [11] পাছে তেওঁ কলে, তুমি বাহিৰ ওলাই আহি যিহোৱাৰ সম্মুখত পৰ্ব্বত্‌টোত থিয় হোৱা। তাৰ পাছে, দেখা, সেই ঠায়েদি যিহোৱাই গমন কৰিলে ; তাতে যিহোৱাৰ আগে আগে অতিশয় প্ৰচণ্ড বায়ুৱে পৰ্ব্বত্‌বোৰ ফালিলে, আৰু শিলবোৰ ভাঙ্গি পেলালে ; কিন্তু সেই বায়ুত যিহোৱা নাছিল। বায়ুৰ পাছত ভূমিকম্প হল, কিন্তু সেই ভূমিকম্পতো যিহোৱা নাছিল। [12] ভূমি-কম্পৰ পাছত অগ্নি হল, কিন্তু সেই অগ্নিতো যিহোৱা নাছিল। অগ্নিৰ পাছত এটী সৰু মৃদু স্বৰ হল। [13] তাক এলিয়াই শুনামাত্ৰে জামাৰে মুখ ঢাকি বাহিৰলৈ আহি গুহাৰ মুখত থিয় হল। তাতে তেওঁলৈ এই বাণী হল, হে এলিয়া, তুমি ইয়াত কি কৰিছা ? [14] তেতিয়া তেওঁ কলে, ময় বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাৰ পক্ষে অতিশয় উদ্যোগী হলোঁ ; কিয়নো ইস্ৰায়েলৰ সন্তানবিলাকে তোমাৰ নিয়মটী ত্যাগ কৰিলে, তোমাৰ যজ্ঞবেদিবোৰ ভাঙ্গি পেলালে, আৰু তোমাৰ ভাববাদীবিলাককো তৰোৱালেৰে বধ কৰিলে ; কেৱল ময়হে অৱশিষ্ট আছোঁ, আৰু সিহঁতে মোৰো প্ৰাণ লবলৈ বিচাৰিছে। [15] তেতিয়া যিহোৱাই তেওঁক কলে, তুমি

আপোন বাটে উলটি দম্মেচকৰ অৰণ্যলৈ যোৱা, আৰু তুমি তাত উপস্থিত হৈ, অৰামৰ ওপৰত ৰজা হবলৈ হজায়েলক অভিষেক কৰা, ১৬ আৰু ইস্ৰায়েলৰ ওপৰত ৰজা হবলৈ নিম্চীৰ পুত্ৰ যেহূক অভিষেক কৰা, আৰু তোমাৰ পদত ভাববাদী হবলৈ আবেল-মহোলাত থকা চাফটৰ পুত্ৰ ইলীচাক অভিষেক কৰা। ১৭ তাতে, যি জন হজায়েলৰ তৰোৱালৰ পৰা সাৰিব, যেহূৱে তাক বধ কৰিব; আৰু যি জন যেহূৰ তৰোৱালৰ পৰা সাৰিব, তাক ইলীচাই বধ কৰিব। ১৮ কিন্তু ইস্ৰায়েলৰ মাজত ময় নিজৰ নিমিত্তে সাত হাজাৰ লোক অৱশিষ্ট ৰাখিম; সিবিলাকৰ কোনো জনৰেই আঁঠু বালৰ আগত পৰা নাই, আৰু সিবিলাকৰ কাৰো মুখে তাক চুমা খোৱা নাই। ১৯ পাছে তেওঁ তাৰ পৰা গৈ চাফটৰ পুত্ৰ ইলীচাক লগ পালে; সেই সময়ত তেওঁ হাল বাইছিল; বাৰ হাল বলদ তেওঁৰ আগত আছিল, আৰু শেষৰ হালৰ লগত তেওঁ নিজে আছিল। তাতে এলিয়াই তেওঁৰ ওচৰলৈ আগ বাঢ়ি গৈ, আপোনাৰ জামা তেওঁৰ গাত পেলাই দিলে। ২০ তাতে তেওঁ বলদবোৰ এৰি, এলিয়াৰ পাছে পাছে লৰি গৈ তেওঁক কলে, বিনয় কৰোঁ, মোৰ আই-বোপাইক চুমা খাই আহিবলৈ আপুনি মোক অনুমতি দিওক; পাছত আপোনাৰ পাছে পাছে চলিম। তাতে তেওঁ ইলীচাক কলে, উভটি যোৱা; কিয়নো ময় তোমাক কি কৰিলোঁ? ২১ তেতিয়া ইলীচাই তেওঁৰ ওচৰৰ পৰা উভটি গল, আৰু সেই হাল বলদ লৈ বধ কৰি, তাৰ নাঙ্গল আৰু যুঁৱলিৰ কাঠেৰে তাৰ মঙহ সিজালে, আৰু লোকবিলাকক দিলে; তাতে সিবিলাকে ভোজন কৰিলে। পাছে তেওঁ উঠি এলিয়াৰ অনুগামী হৈ তেওঁৰ পৰিচৰ্য্যা কৰিলে।

আহাবে দুবাৰ অৰামীয়াহঁতক জয় কৰা।

২০ পাছে অৰামৰ বিন-হদদ ৰজাই আপোনাৰ সৈন্যসমূহক গোটালে; তেওঁৰ লগত বত্ৰিশ জন ৰজা, ঘোঁৰা, আৰু ৰথ আছিল; তেওঁ উঠি গৈ চমৰিয়া অৱৰোধ কৰি তাৰ বিৰুদ্ধে যুদ্ধ কৰিলে। ২ আৰু তেওঁ নগৰলৈ ইস্ৰায়েলৰ আহাব ৰজাৰ ওচৰলৈ দূত পঠাই কলে, বিন-হদদে এই কথা কৈছে, ৩ তোমাৰ ৰূপ আৰু সোণ মোৰ; তোমাৰ তিৰুতাবোৰ আৰু সন্তানবিলাক, তোমাৰ উত্তম উত্তম আটাইবোৰ মোৰেই। ৪ তাতে ইস্ৰায়েলৰ ৰজাই উত্তৰ দি কলে, হে মোৰ প্ৰভু মহাৰাজ, আপোনাৰ কথা স্বৰূপ, ময় আৰু মোৰ সকলো আপোনাৰেই। ৫ পাছে দূতবিলাকে আকৌ আহি কলে, বিন-হদদে এই কথা কৈছে, তুমি আপোন ৰূপ, সোণ, তিৰুতাবোৰ, আৰু সন্তানবিলাকক মোক সোধাই দিয়া বুলি কবলৈ তোমাৰ ওচৰলৈ দূত পঠাইছিলোঁ হয়; ৬ কিন্তু কাইলৈ এনে সময়ত ময় আপোন দাসবিলাকক তোমাৰ ওচৰলৈ পঠাম, সিবিলাকে তোমাৰ ঘৰত আৰু তোমাৰ দাসবিলাকৰ ঘৰত বিচাৰ কৰি, তোমাৰ মনমোহা যিমান বস্তু আছে, সেই সকলোকে হাত কৰি লৈ আহিব। ৭ তেতিয়া ইস্ৰায়েলৰ ৰজাই দেশৰ সকলো বৃদ্ধ লোকবিলাকক মাতি আনি কলে, ময় বিনয় কৰোঁ, তোমালোকে বিবেচনা কৰি দেখা, এই মানুহে কেৱল অনিষ্টৰ চেষ্টা কৰিছে। কিয়নো তেওঁ মোৰ ভাৰ্য্যা আৰু সন্তানবিলাকৰ নিমিত্তে, আৰু মোৰ ৰূপ ও সোণৰ নিমিত্তে আদেশ পঠালত, ময় তাক অস্বীকাৰ কৰা নাই। ৮ পাছে সকলো বৃদ্ধ লোক আৰু সকলো প্ৰজাই কলে, আপুনি তাৰ কথা নেমানিব, আৰু সন্মতো নহব। ৯ এই হেতুকে তেওঁ বিন-হদদৰ দূতবিলাকক কলে, মোৰ প্ৰভু মহাৰাজক কবা, আপুনি প্ৰথমে আপোনাৰ দাসৰ ওচৰলৈ দূত পঠাই যি কৈছিলে, সেই সকলোকে ময় কৰিম; কিন্তু এই কৰ্ম্ম ময় কৰিব নোৱাৰোঁ। পাছে দূতবিলাকে গৈ তেওঁক বাৰ্ত্তা দিলে। ১০ তেতিয়া বিন-হদদে তেওঁৰ ওচৰলৈ মানুহ পঠাই কলে, এই চমৰিয়াৰ ধূলি যদি মোৰ পাছত অহা লোকবিলাকৰ প্ৰতিজনলৈ এমুঠিকৈ জোৰে, তেন্তে দেৱতাবিলাকে মোক অমুক আৰু তাতকৈয়ো অধিক দণ্ড দিওক। ১১ তাতে ইস্ৰায়েলৰ ৰজাই উত্তৰ দি কলে, তোমালোকে তেওঁক কোৱাগৈ, যি মানুহে ৰণৰ সাজ গাত পিন্ধে, সি সাজ সোলোকোৱা জনৰ দৰে অহঙ্কাৰ নকৰোক। ১২ পাছে, যি সময়ত বিন-হদদ আৰু তেওঁৰ লগৰ ৰজাবিলাকে পজায় পজায়

পান করিছিল, তেতিয়া তেওঁ সেই বার্ত্তা শুনি আপোন দাসবিলাকক কলে, তোমালোকে রণর বেহু পাতা; তাতে সিহঁতে নগরর বিরুদ্ধে বেহু পাতিলে। [13] ইয়ার ভিতরতে এজন ভাববাদীয়ে ইস্রায়েলর আহাব রজার ওচরলৈ আহি কলে, যিহোৱাই এই কথা কৈছে, তুমি সেই মহালোকসমূহক দেখিছা নে? দেখা, আজি ময় সেইবিলাকক তোমার হাতত সমর্পণ করি দিম; তাতে ময়েই যে যিহোৱা, তাক তুমি জানিবা। [14] আহাবে কলে, কার দ্বারায় দিবা? ভাববাদীয়ে কলে, যিহোৱাই এই কথা কৈছে, প্রদেশর অধিপতিসকলর ডেকা-বিলাকর দ্বারায়। তেতিয়া রজাই সুধিলে, যুদ্ধর আরম্ভ কোনে করিব? [15] তেওঁ কলে, তুমি। পাছে তেওঁ প্রদেশর অধিপতিসকলর ডেকাবিলাকক লেখ করিলত, দুশ বত্রিশ জন পালে; সিবিলাকর পাছত তেওঁ সকলো লোকক, ইস্রায়েলর আটাই সন্তানবিলাকক লেখ করিলত, সাত হাজার জন হল। [16] পাছে সিবিলাক দুপরীয়া বাহির ওলাই গল; কিন্তু সেই সময়ত বিন-হদদ আরু তেওঁর সহায় বত্রিশ জন রজাই পজায় পজায় পান করি মত্তলীয়া হৈছিল। [17] পাছে প্রদেশর অধিপতি-সকলর ডেকাবিলাক আগ হৈ ওলাই যোৱার পাছত বিন-হদদে মানুহ পঠালত, সিহঁতে আহি এই বার্ত্তা দিলে, চমরিয়ার পরা কেইটা-মান মানুহ বাহির ওলাল। [18] তাতে তেওঁ কলে, সিহঁত সন্ধির নিমিত্তেই ওলাই আহোক, বা যুদ্ধর নিমিত্তেই ওলাই আহোক, সিহঁতক জীয়াই জীয়াই ধরিবি। [19] এনেতে প্রদেশর অধিপতিসকলর ডেকাবিলাক, আরু সিবিলাকর পাছত যোৱা সৈন্যদল নগরর বাহির হৈ, [20] প্রতিজনে আপোন আপোন সম্মুখর লোকক বধ করিলে; তাতে অরামীয়াহঁত পলাবলৈ ধরাত, ইস্রায়েল লোকবিলাকে সিহঁতর পাছে পাছে খেদি গল, আরু অরামর বিন-হদদ রজাই কিছুমান অশ্বারোহী সেনাই সৈতে ঘোঁরাত উঠি পলাই সারিল। [21] পাছে ইস্রায়েলর রজাই ওলাই গৈ সিহঁতর ঘোঁরা আরু রথবোর নষ্ট করিলে, আরু অরামীয়াহঁতর মাজত মহা-সংহার করিলে। [22] তার পাছে সেই ভাববাদীয়ে ইস্রায়েলর রজার ওচরলৈ আহি কলে, বোলে, তুমি গৈ আপোনাকে বলৱান করা, আরু তুমি সাৱধান হৈ, নিজে কি করা উচিত, তাক বিবেচনা করা; কিয়নো বছর ঘূরিলে, অরামর রজা তোমার বিরুদ্ধে পুনরায় আহিব।

[23] পাছে অরামর রজার দাসবিলাকে তেওঁক কলে, সিহঁতর দেৱতা পর্ব্বতীয়া দেৱতা, এই নিমিত্তে সিহঁতে আমাক ঘটালে; কিন্তু আমি সমথলত সিহঁতর লগত যুদ্ধ করোঁহঁক, তেন্তে আমি নিশ্চয়ে সিহঁতক ঘটাম। [24] আরু আপুনি এই কাম করোক; রজাবিলাকক আপোন আপোন বাবর পরা গুচাই, সিবিলাকর বাবত সেনাপতি নিযুক্ত করোক। [25] আরু আপুনি হেরুউৱা সৈন্যসামন্তর যিমান ঘোঁরা আরু যিমান রথ আছিল, সিমান ঘোঁরা আরু রথ থকা সৈন্য গোটাওক: পাছে আমি সমথলত সিহঁতর লগত যুদ্ধ করিম, তাতে আমি নিশ্চয়ে সিহঁতক ঘটাম। তেতিয়া বিন-হদদে সিহঁতর কথা শুনি সেই দরে করিলে, [26] আরু বছর ঘূরিলত বিন-হদদে অরামীয়া-বিলাকক গোটাই ইস্রায়েলর বিরুদ্ধে যুদ্ধ করিবলৈ অফেকলৈ উঠি গল। [27] পাছে ইস্রায়েলর সন্তানবিলাকক গোটোৱা হলত, আরু সিবিলাকর নিমিত্তে আহারীয় দ্রব্য যোগোৱা হলত, সিবিলাকে সিহঁতর বিরুদ্ধে যাত্রা করিলে; আরু সিহঁতর সম্মুখত ছাউনি পাতিলত, ইস্রা-য়েলর সন্তানবিলাকক ছাগলী পোৱালির দুই সরু জাকর নিচিনা যেন দেখা গল, কিন্তু অরামীয়াবিলাক দেশ জুরি আছিল। [28] পাছে ঈশ্বরর এজন লোকে আহি ইস্রায়েলর রজাক কলে, যিহোৱাই এই কথা কৈছে, অরামীয়া-বিলাকে কয়, যিহোৱা পর্ব্বতীয়া দেৱতা, সমথলত থকা দেৱতা নহয়; এই কারণে ময় সেই আটাই মহালোকসমূহক তোমার হাতত সমর্পণ করি দিম; তাতে ময়েই যে যিহোৱা, তাক তোমালোকে জানিবা। [29] তার পাছে সিবিলাকে সাত দিনলৈকে সম্মুখাসম্মুখি হৈ ছাউনিত থাকিল। পাছে সপ্তম দিনা যুদ্ধ লাগিল; তাতে ইস্রায়েলর সন্তানবিলাকে একে দিনাই অরা-মীয়াবিলাকর এক লাখ পদাতিক সৈন্য সংহার করিলে। [30] কিন্তু অৱশিষ্টবিলাক অফেকলৈ

পলাই নগৰত সোমালত, তাৰ গড় সেই অৱশিষ্ট থকা সাতাইশ হাজাৰ লোকৰ ওপৰত পড়িল ; আৰু বিন-হদদ পলাই নগৰৰ ভিতৰলৈ গৈ এটা ভিতৰ-খোঁটালীত সোমালগৈ। [৩১] পাছে তেওঁৰ দাসবিলাকে তেওঁক কলে, দেখোক, আমি শুনিছোঁ, ইস্রায়েল-বংশৰ ৰজাবিলাক দয়ালু ৰজা ; এই হেতুকে বিনয় কৰোঁ, আমি কঁকালত চট পিন্ধি ডিঙিত লেজু লৈ, বাহিৰ হৈ ইস্রায়েলৰ ৰজাৰ ওচৰলৈ যাওঁহঁক ; কিজানি তেওঁ আপোনাৰ প্ৰাণ ৰক্ষা কৰিব। [৩২] পাছে সিহঁতে চট পিন্ধি ডিঙিত লেজু লৈ ইস্রায়েলৰ ৰজাৰ ওচৰলৈ আহি কলে, আপোনাৰ দাস বিন-হদদে কৈছে, ময় বিনয় কৰোঁ, মোক জীয়াই ৰাখোক। তাতে তেওঁ কলে, বিন-হদদ এতিয়াও জীয়াই আছে নে? [৩৩] তেওঁ মোৰ ভাই। তেতিয়া সেই লোকবিলাকে ইয়াকে শুভ লক্ষণ বুলি বুজি, তেওঁৰ মনৰ ভাব স্পষ্ট কৰি উলিয়াবলৈ বেগাই কলে, বিন-হদদ আপোনাৰ ভাই ; তাতে তেওঁ কলে, তোমালোকে গৈ তেওঁক আনা। পাছে বিন-হদদ বাহিৰ ওলাই তেওঁৰ ওচৰলৈ আহিলত, ৰজাই তেওঁক ৰথত তুলিলে। [৩৪] তেতিয়া বিন-হদদে তেওঁক কলে, মোৰ পিতৃয়ে আপোনাৰ পিতৃৰ পৰা যি যি নগৰ লৈছিল, তাক ময় ওলোটাই দিম ; আৰু মোৰ পিতৃয়ে আপোনাৰ নিমিত্তে যেনেকৈ চমৰিয়াত বজাৰ পাতিছিল, আপুনিও আপোনাৰ নিমিত্তে সেই ৰূপে দম্মেচকত বজাৰ পাতোক। আহাবে কলে, ময় এই নিয়মেৰেই আপোনাক বিদায় কৰিম, এই বুলি আহাবে তেওঁৰ লগত নিয়ম বান্ধি তেওঁক বিদায় কৰিলে।

[৩৫] পাছে শিষ্য-ভাববাদীবিলাকৰ মাজৰ এজনে আপোনাৰ লগৰ এজনক যিহোৱাৰ বাক্যৰ দ্বাৰায় কলে, হেৰা, মোক মাৰা। কিন্তু সি মাৰিবলৈ মান্তি নহল। [৩৬] তেতিয়া সি তাক কলে, তুমি যিহোৱাৰ বাক্য নমনাৰ কাৰণে, দেখা, তুমি মোৰ ওচৰৰ পৰা যোৱামাত্ৰে এটা সিংহই তোমাক বধ কৰিব ; পাছে সি তাৰ ওচৰৰ পৰা যোৱামাত্ৰে এটা সিংহই তাক পাই বধ কৰিলে। [৩৭] পাছে সি আৰু এটাক পাই কলে, হেৰা, মোক মাৰা ; তাতে সেই মানুহটোৱে তাক এনেকৈ মাৰিলে, যে সি মাৰতে খুন হল। [৩৮] পাছে সেই ভাববাদীয়ে গৈ চকুৰ ওপৰত কাপৰ বান্ধি আপোনাকে চিনিব নোৱৰা কৰি, বাটত ৰজালৈ বাট চাই থাকিল। [৩৯] তাৰ পাছে ৰজা ওচৰেদি যাওঁতে, সি বড় মাতেৰে ৰজাক কলে, আপোনাৰ দাস ময় যুদ্ধলৈ গলত, দেখোক, এজন মানুহে ঘূৰি আহি মোৰ ওচৰলৈ এটা মানুহক আনি কলে, এই মানুহটো ৰাখা ; যদি সি কেনেবাকৈ হেৰায়, তেন্তে তাৰ প্ৰাণৰ সলনি তোমাৰ প্ৰাণ যাব, নাইবা তুমি এক কিক্কৰ পৰিমাণ ৰূপ দিব লাগিব। [৪০] কিন্তু আপোনাৰ দাস ময় ইফালে সিফালে কামত লাগি থাকোঁতে, সি গল। তেতিয়া ইস্রায়েলৰ ৰজাই তাক কলে, তেন্তে তোমাৰ তেনে দণ্ড হব ; তুমি নিজেই তাক নিশ্চয় কৰিলা। [৪১] তাতে সি বেগাই আপোনাৰ চকুৰ ওপৰৰ পৰা কাপৰ গুচালে ; তাতে ইস্রায়েলৰ ৰজাই, সি যে ভাববাদীবিলাকৰ এজন, তাকে চিনি পালে। [৪২] পাছে সি ৰজাক কলে, যিহোৱাই এই কথা কৈছে, ময় যি জনক বিনাশৰ অৰ্থে বৰ্জ্জিত কৰিছিলোঁ, তুমি আপোন হাতৰ পৰা তাক এৰি দিলা ; এই কাৰণে তাৰ প্ৰাণৰ সলনি তোমাৰ প্ৰাণ, আৰু তাৰ প্ৰজাবিলাকৰ সলনি তোমাৰ প্ৰজাবিলাক যাব। [৪৩] তেতিয়া ইস্রায়েলৰ ৰজা বিবৰ্ণ আৰু অসন্তুষ্ট হৈ ঘৰলৈ গল, চমৰিয়াত উপস্থিত হল।

আহাবে নাবোতক বধ কৰি তাৰ দ্ৰাক্ষাবাৰী অধিকাৰ কৰা।

**২১** তাৰ পাছে এই ৰূপ ঘটনা হল, যে, যিজ্ৰিয়েলীয়া নাবোতৰ এখন দ্ৰাক্ষাবাৰী আছিল ; সেয়ে যিজ্ৰিয়েলত চমৰিয়াৰ আহাব ৰজাৰ ৰাজগৃহৰ ওচৰতে আছিল। [২] আহাবে নাবোতক কলে, তোমাৰ দ্ৰাক্ষাবাৰীখন মোক দিয়া, ময় তাক শাকৰ বাৰী কৰিম, কাৰণ সেয়ে মোৰ ঘৰৰ ওচৰতে আছে ; ময় তাৰ সলনি তোমাক তাতকৈ উত্তম আন এখন দ্ৰাক্ষাবাৰী দিম, নাইবা যদি তুমি মনত ভাল পোৱা, তেন্তে তাৰ মূল্য ৰূপ তোমাক দিম। [৩] তাতে নাবোতে আহাবক কলে, ময় যে আপোন পৈতৃক আধিপত্য আপোনাক দিম, যিহোৱাই তাক নিবাৰণ

কৰোক। [৪] তেতিয়া, মৰ পৈতৃক আধিপত্য আপোনাক নিদিওঁ, যিজ্ৰিয়েলীয়া নাবোতে কোৱা এই কথাৰ কাৰণে আহাব বিবৰ্ণ আৰু অসন্তুষ্ট হৈ আপোন ঘৰলৈ আহিল; আৰু শয্যাত পড়ি মুখ ঘুৰাই অনাহাৰে থাকিল। [৫] কিন্তু তেওঁৰ ভাৰ্য্যা ঈজেবলে তেওঁৰ ওচৰলৈ আহি তেওঁক কলে, তোমাৰ মনত ইমান বেজাৰ কিয়, যে, তুমি আহাৰ নকৰা? [৬] তাতে ৰজাই তেওঁক কলে, মৰ যিজ্ৰিয়েলীয়া নাবোতক কৈছিলোঁ, ধনলৈ তোমাৰ দ্ৰাক্ষাবাৰীখন মোক দিয়া, নতুবা যদি মনত ভাল পোৱা, তেন্তে তাৰ সলনি আন এখন দ্ৰাক্ষাবাৰী তোমাক দিম; তাতে সি উত্তৰ কৰিলে, মৰ আপোন দ্ৰাক্ষাবাৰী তোমাক নিদিওঁ। [৭] তেতিয়া তেওঁৰ ভাৰ্য্যা ঈজেবলে কলে, এতিয়া তুমিয়েই জানো ইস্ৰায়েলৰ ওপৰত ৰজা নোহোৱা? উঠা, ভোজন কৰা, তোমাৰ মন প্ৰফুল্লিত হওক; যিজ্ৰিয়েলীয়া নাবোতৰ দ্ৰাক্ষাবাৰী মৰ তোমাক দিম। [৮] পাছে তেওঁ আহাবৰ নামেৰে পত্ৰ লিখি, আৰু তেওঁৰ মোহৰেৰে মোহৰ মাৰি, নাবোতৰ নগৰত নিবাস কৰা তেওঁৰ ওচৰ-চবুৰীয়া বৃদ্ধ আৰু প্ৰধান লোকবিলাকৰ ওচৰলৈ পত্ৰখন পঠাই দিলে। [৯] তেওঁ পত্ৰখনত এই কথা লিখিছিল, তোমালোকে উপবাস প্ৰচাৰ কৰা, আৰু লোকবিলাকৰ মাজত নাবোতক ওখ ঠাইত বহুউৱা; [১০] আৰু তাৰ ওচৰত দুটা দুৰ্জ্জন মানুহ বহুউৱা। সেই মানুহ দুটাই তাৰ অহিতে সাক্ষ্য দি কওক, যে, তুমি ঈশ্বৰক আৰু ৰজাক শাও দিলা; তাৰ পাছে তোমালোকে তাক বাহিৰলৈ উলিয়াই নি শিল দলিয়াই বধ কৰা। [১১] পাছে তাৰ নগৰৰ লোকবিলাক, অৰ্থাৎ সেই নগৰ-নিবাসী বৃদ্ধ আৰু প্ৰধান লোকবিলাকে, ঈজেবলে সিবিলাকলৈ লিখি পঠোৱাৰ দৰে, তেওঁ সিবিলাকলৈ পঠাই দিয়া পত্ৰত লিখা আজ্ঞাৰ দৰে কাৰ্য্য কৰিলে। [১২] সিবিলাকে উপবাস প্ৰচাৰ কৰি লোকবিলাকৰ মাজত নাবোতক ওখ ঠাইত বহুৱালে। [১৩] আৰু দুটা দুৰ্জ্জন মানুহ আহি তাৰ আগত বহিল; আৰু সেই দুৰ্জ্জন মানুহ দুটাই নাবোতৰ বিৰুদ্ধে এই সাক্ষ্য দিলে, নাবোতে ঈশ্বৰক আৰু ৰজাকো শাও দিলে। তাতে লোকবিলাকে তাক নগৰৰ বাহিৰলৈ লৈ গৈ শিল দলিয়াই বধ কৰিলে। [১৪] পাছে সিবিলাকে ঈজেবলৰ ওচৰলৈ মানুহ পঠাই কলে, নাবোতলৈ শিল দলিওৱাত, সি মৰিল। [১৫] তেতিয়া নাবোৎ শিলৰ দলিত মৰা কথা শুনামাত্ৰে ঈজেবলে আহাবক কলে, উঠা, যিজ্ৰিয়েলীয়া নাবোতে ধনলৈ যি দ্ৰাক্ষাবাৰী তোমাক দিবলৈ অসম্মত আছিল, তাক অধিকাৰ কৰাগৈ; কিয়নো নাবোৎ জীয়াই থকা নাই, সি মৰিল। [১৬] তেতিয়া নাবোৎ মৰা কথা শুনি আহাবে উঠি যিজ্ৰিয়েলীয়া নাবোতৰ দ্ৰাক্ষাবাৰী অধিকাৰ কৰিবলৈ নামি গল।

[১৭] পাছে তিচ্‌বীয়া এলিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে, [১৮] উঠা, চমৰিয়া-নিবাসী ইস্ৰায়েলৰ আহাব ৰজাৰ লগত সাক্ষাৎ কৰিবলৈ তুমি নামি যোৱা; দেখা, তেওঁ নাবোতৰ দ্ৰাক্ষাবাৰীত আছে; তেওঁ তাক অধিকাৰ কৰিবলৈ তালৈ নামি গল। [১৯] তুমি তেওঁৰ আগত এই কথা কবা, যিহোৱাই এই কথা কৈছে, তুমি নৰ-বধ কৰি আধিপত্যও লৈছা নে? আৰু তুমি তেওঁক কবা, যিহোৱাই এই কথা কৈছে, যি ঠাইত কুকুৰবোৰে নাবোতৰ তেজ চেলেকি খালে, সেই ঠাইতে কুকুৰবোৰে তোমাৰো তেজ চেলেকি খাব। [২০] তেতিয়া আহাবে এলিয়াক কলে, হে মোৰ শত্ৰু, তুমি মোক পালা নে? তাতে তেওঁ কলে, হয়, পালোঁ; কিয়নো, যিহোৱাৰ দৃষ্টিত যি বেয়া, তুমি তাকে কৰিবলৈ নিজকে বেচিলা। [২১] দেখা, মৰ তোমালৈ অমঙ্গল ঘটাম, আৰু তোমাক একেবাৰে সাৰি পেলাম; আৰু আহাবৰ সম্বন্ধীয়া প্ৰতিজন পুৰুষক, আৰু ইস্ৰায়েলৰ মাজত বদ্ধ কি মুক্ত হোৱা উভয়কে উচ্ছন্ন কৰিম; [২২] আৰু যি অসন্তোষজনক কাৰ্য্যেৰে তুমি মোক অসন্তুষ্ট কৰিলা, আৰু ইস্ৰায়েলক পাপ কৰালা, তাৰ কাৰণে মৰ তোমাৰ বংশ, নবাটৰ পুতেক যাৰবিয়ামৰ বংশৰ নিচিনা, আৰু অহিয়াৰ পুতেক বাচাৰ বংশৰ নিচিনা কৰিম। [২৩] আৰু যিহোৱাই ঈজেবলৰ বিষয়েও কলে, যিজ্ৰিয়েলৰ গড়ৰ কোষত ঈজেবলকো কুকুৰে খাব। [২৪] আৰু আহাবৰ যি কোনো লোক নগৰত মৰিব, তাক

কুকুরবোরে খাব ; আরু যি কোনো লোক নগরর বাহিরত মরিব, তাক আকাশর চরাইবোরে খাব। [25] (কিন্তু যি আহাবে যিহোৱার দৃষ্টিত কু-আচরণ করিবলৈ নিজকে বেচিলে, যাক আপোন ভার্য্যা ঈজেবলে উদগালে, সেই আহাবর নিচিনা আরু কোনো নাছিল। [26] আরু যিহোৱাই যি ইমোরীয়াবোরক ইস্রায়েলর সন্তানবিলাকর সম্মুখর পরা দূর করিলে, সিহঁতর সকলো কর্ম্মর দরে, তেওঁ প্রতিমাবোরর পাছত চলোঁতা হৈ অতিশয় ঘিণলগীয়া কার্য্য করিলে।) [27] আরু যেতিয়া আহাবে এইবোর কথা শুনিলে, তেতিয়া তেওঁ আপোনার কাপর ফালিলে, আরু গাত চট কাপর পিন্ধি লঘোন দিলে, আরু চটত শয়ন করিলে, আরু ধীরে ধীরে চলিলে। [28] পাছে তিচ্‌বীয়া এলিয়ার ওচরলৈ যিহোৱার বাক্য আহিল, বোলে, [29] আহাবে মোর দৃষ্টিত কি রূপে নিজকে নম্র করিছে, তাক তুমি দেখিছা নে? তেওঁ মোর আগত নিজকে নম্র করিছে ; এই হেতুকে ময় তেওঁর আয়ুসর কালত সেই অমঙ্গল নঘটাম, কিন্তু তেওঁর পুতেকর দিনত তেওঁর বংশলৈ সেই অমঙ্গল ঘটাম।

অরামীয়াহঁতে সৈতে আহাব আরু যিহোচাফটে যুদ্ধ করা। আহাবর মৃত্যু।

**২২** পাছে তিনি বছরলৈকে অরাম আরু ইস্রায়েলে যুদ্ধ নকরি ক্ষান্ত হৈ থাকিল। [2] তৃতীয় বছরত যিহুদার যিহোচাফট রজা ইস্রায়েলর রজার ওচরলৈ আহিল। [3] আরু ইস্রায়েলর রজাই আপোন দাসবিলাকক কলে, রামোৎগিলিয়দত আমার অধিকার আছে, ইয়াক তোমালোকে নেজানা নে? তেন্তে অরামর রজার হাতর পরা তাক নলৈ আমি মনে মনে থাকিম নে? [4] আরু তেওঁ যিহোচাফটক কলে, আপুনি মোর লগত যুদ্ধ করিবলৈ রামোৎ-গিলিয়দলৈ যাব নে? তাতে যিহোচাফটে ইস্রায়েলর রজাক কলে, আপুনি যেনে, ময়ো তেনে ; মোর প্রজা যেনে, আপোনার প্রজাও তেনে ; আরু মোর ঘোঁরাবোর যেনে, আপোনার ঘোঁরাবোরো তেনে। [5] পাছে যিহোচাফটে ইস্রায়েলর রজার আগত আরু কলে, ময় বিনয় করোঁ, যিহোৱার বাক্য কি, তাক আজি সোধোক। [6] তাতে ইস্রায়েলর রজাই ভাববাদীবিলাকক অর্থাৎ প্রায় চারি শ লোকক গোটাই সিবিলাকক সুধিলে, ময় রামোৎ-গিলিয়দর বিরুদ্ধে যুদ্ধ করিবলৈ যাম নে, নাইবা ক্ষান্ত হম? তাতে সিহঁতে কলে, যাওক ; কিয়নো প্রভুৱে মহারাজর হাতত তাক সমর্পণ করিব। [7] পাছে যিহোচাফটে কলে, আমি যাক সুধিব পারোঁ, যিহোৱার এনে কোনো ভাববাদী আরু ইয়াত আছে নে? [8] তাতে ইস্রায়েলর রজাই যিহোচাফটক কলে, আমি যার দ্বারায় যিহোৱাক সুধিব পারোঁ, এনে এজন আরু আছে ; কিন্তু ময় তাক ঘিণ করোঁ, কিয়নো সি মোর বিষয়ে মঙ্গলর ভাববাণী প্রচার নকরে, কেৱল অমঙ্গলহে প্রচার করে ; সি যিম্লার পুতেক মীখায়া। তাতে যিহোচাফটে কলে, মহারাজে তেনে কথা নকওক। [9] তেতিয়া ইস্রায়েলর রজাই আপোনার এজন নপুংসকক মাতি আজ্ঞা দি কলে, যিম্লার পুতেক মীখায়াক বেগাই আন্‌গৈ। [10] সেই সময়ত, ইস্রায়েলর রজা আরু যিহুদার যিহোচাফট রজাই আপোন আপোন রাজবস্ত্র পিন্ধি, চমরিয়ার প্রবেশস্থানর ওচরর এখন মুকলি ঠাইত আপোন আপোন সিংহাসনত বহি আছিল, আরু আটাই ভাববাদী-বিলাকে তেওঁবিলাকর আগত ভাববাণী প্রচার করি আছিল। [11] বিশেষকৈ কানানার পুতেক চিদিকিয়াই আপোনার নিমিত্তে লোহার শিঙ্গ এযোর সাজি লৈ কলে, যিহোৱাই এই রূপে কৈছে, ইয়ার দ্বারায় আপুনি অরামীয়াবিলাকক সংহার নকরালৈকে খুঁচি থাকিব। [12] আরু আন সকলো ভাববাদীবিলাকেও সেই রূপেই ভাববাণী প্রচার করি কলে, আপুনি রামোৎ-গিলিয়দলৈ যাওক ; তাতে আপুনি কৃতকার্য্য হব ; কিয়নো যিহোৱাই তাক মহারাজর হাতত সোধাই দিব। [13] পাছে যি মানুহে মীখায়াক মাতিবলৈ গৈছিল, সি তেওঁক কলে, দেখা, ভাববাদীবিলাকে একে মুখেরে রজার আগত মঙ্গলর কথা কৈছে ; ময় বিনয় করোঁ, তোমার বাক্যও তেওঁবিলাকর এজনর বাক্যর নিচিনা হওক ; তুমিও মঙ্গলর বাক্য কবা। [14] তাতে মীখায়াই কলে, যিহোৱার জীৱনর শপথ, যিহো-

ৰাই মোক যিহকে কব, ময় তাকহে কম। ১৫ পাছে তেওঁ ৰজাৰ ওচৰলৈ আহিলত, ৰজাই তেওঁক সুধিলে, হে মীখায়া, আমি ৰামোৎ-গিলিয়দলৈ যুদ্ধ কৰিবলৈ যাম নে, নাইবা ক্ষান্ত হম? তাতে তেওঁ কলে, যাওক, আপুনি কৃতকাৰ্য্য হব, আৰু যিহোৱাই তাক মহাৰাজৰ হাতত সমৰ্পণ কৰিব। ১৬ তেতিয়া ৰজাই তেওঁক কলে, তুমি যিহোৱাৰ নামেৰে মোক কেৱল সত্য বাক্য কবলৈ, ময় তোমাক কিমান-বাৰ শপথ খুৱাম? ১৭ তাতে তেওঁ কলে, ময় গোটেই ইস্রায়েলক ৰখীয়া নোহোৱা মেৰৰ জাকৰ নিচিনাকৈ পৰ্ব্বতবোৰৰ ওপৰত ছিন্নভিন্ন হৈ থকা দেখিলোঁ, আৰু যিহোৱাই কলে, সেইবোৰৰ গৰাকী নাই; সিহঁত প্ৰতিজনে আপোন আপোন ঘৰলৈ কুশলে উভটি যাওক। ১৮ পাছে ইস্রায়েলৰ ৰজাই যিহোচাফটক কলে, সি মোৰ বিষয়ে মঙ্গলৰ ভাববাণী প্ৰচাৰ নকৰি কেৱল অমঙ্গলহে প্ৰচাৰ কৰিব, ইয়াক জানো ময় পূৰ্ব্বেই আপোনাৰ আগত কোৱা নাই? ১৯ মীখায়াই আৰু কলে, বাৰু, তুমি যিহোৱাৰ বাক্য শুনা, ময় যিহোৱাক আপোন সিংহাসনত বহি থকা দেখিলোঁ; সোঁফালে আৰু বাওঁফালে তেওঁৰ ওচৰত স্বৰ্গৰ সকলো বাহিনী থিয় হৈ আছে। ২০ তাৰ পাছে যিহোৱাই কলে, আহাব গৈ ৰামোৎ-গিলিয়দত পতিত হবৰ নিমিত্তে কোনে তেওঁৰ প্ৰবৃত্তি জন্মাব? তেতিয়া কোনোৱে এক ভাৱে আৰু আন কোনোৱে আন ভাৱে কলে। ২১ শেষত এক আত্মাই ওলাই আহি যিহোৱাৰ সাক্ষাতে থিয় হৈ কলে, ময়ে তেওঁৰ প্ৰবৃত্তি জন্মাম। ২২ তাতে যিহোৱাই কলে, কিহেৰে? সি কলে, ময় গৈ আটাই ভাববাদীবিলাকৰ মুখত মিছা কওঁতা আত্মা হম। তেতিয়া তেওঁ কলে, হয়, তুমি তেওঁৰ প্ৰবৃত্তি জন্মাবা, আৰু কৃতকাৰ্য্যও হবা; ওলাই যোৱা, সেই ৰূপে কৰাগৈ। ২৩ এই হেতুকে দেখা, যিহোৱাই তোমাৰ এই সকলো ভাববাদীবিলাকৰ মুখত মিছা কওঁতা এক আত্মা দিলে; কিন্তু যিহোৱাই তোমাৰ বিষয়ে অমঙ্গলৰ কথা কলে। ২৪ তেতিয়া কনানাৰ পুতেক চিদিকিয়াই ওচৰলৈ আহি মীখায়াৰ গালত চৰ মাৰি কলে, তোক কথা কবৰ নিমিত্তে যিহোৱাৰ আত্মা মোৰ পৰা কোন পথেদি গল? ২৫ তাতে মীখায়াই কলে, দেখা, যি দিনা তুমি লুকাবৰ নিমিত্তে ভিতৰ-খোঁটালীলৈ সোমাই যাবা, সেই দিনাই তাক জানিবা। ২৬ পাছে ইস্রায়েলৰ ৰজাই আজ্ঞা কৰিলে, মীখায়াক ধৰি নগৰৰ অধ্যক্ষ আমোনৰ আৰু ৰাজকোঁৱৰ যোৱাচৰ ওচৰলৈ আকৌ লৈ যা, ২৭ আৰু কবি, ৰজাই এই ৰূপে কৈছে, ইয়াক বন্দীশালত বন্ধ কৰি থোৱা, আৰু ময় কুশলে উলটি নাহোঁমানে, ইয়াক খাবৰ নিমিত্তে কষ্টযুক্ত অন্ন আৰু কষ্টযুক্ত জল দিয়া। ২৮ তাতে মীখায়াই কলে, তুমি যদি কোনো ৰূপে কুশলে উলটি আহঁা, তেন্তে যিহোৱাই মোৰ মুখে বাক্য কোৱা নাই। তেওঁ আৰু কলে, হে জাতিবিলাক, ইয়াক সকলোৱে শুনা।

২৯ তাৰ পাছে ইস্রায়েলৰ ৰজা আৰু যিহূদাৰ যিহোচাফট ৰজা ৰামোৎ-গিলিয়দলৈ গল। ৩০ পাছে ইস্রায়েলৰ ৰজাই যিহোচাফটক কলে, ময় অন্য বেশ ধৰি যুদ্ধত সোমাম; কিন্তু আপুনি হলে আপোনাৰ ৰাজবস্ত্ৰ পিন্ধোক। তেতিয়া ইস্রায়েলৰ ৰজাই আন বেশ ধৰি যুদ্ধত সোমাল। ৩১ কিন্তু অৰামৰ ৰজাই আপোনাৰ ৰথৰ অধ্যক্ষ বত্ৰিশ জনক এই আজ্ঞা দিছিল, বোলে, তোমালোকে ইস্রায়েলৰ ৰজাৰ বাহিৰে সৰু কি বড় আন কাৰো লগত যুদ্ধ নকৰিবা। ৩২ এই হেতুকে ৰথৰ অধ্যক্ষবিলাকে যিহোচাফটক দেখি, অৱশ্যে এৱেঁই ইস্রায়েলৰ ৰজা, এই বুলি তেওঁৰ লগত যুদ্ধ কৰিবলৈ একলীয়া হৈ গল; তাতে যিহোচাফটে এঁটাহ পাৰিবলৈ ধৰিলে। ৩৩ তেতিয়া ৰথৰ অধ্যক্ষবিলাকে তেওঁক ইস্রায়েলৰ ৰজা নহয় বুলি জানি, তেওঁৰ পাছত খেদি যাবলৈ এৰিলে। ৩৪ কিন্তু কোনো এটা মানুহে কোনো জনক মাৰিবলৈ ধনুৰ জোঁৰ টানি দৈবক্ৰমে ইস্রায়েলৰ ৰজাৰ কৱচ আৰু উদৰ-ৰক্ষাৰ জোৰাতে কাঁড় মাৰিলে; তাতে তেওঁ আপোনাৰ সাৰথিক কলে, তোমাৰ হাত ঘূৰাই সৈন্যৰ মাজৰ পৰা মোক উলিয়াই নিয়া; কিয়নো ময় বড়কৈ খুন হলোঁ। ৩৫ সেই দিনা বড় যুদ্ধ হল, আৰু অৰামীয়াবিলাকৰ

আগত ৰজাক ৰথত থিয়কৈ ৰখা হল; কিন্তু গধূলি পৰত তেওঁৰ মৃত্যু হল; আৰু তেওঁৰ ঘাৰ তেজ বৈ ৰথৰ ভিতৰত পৰিল। [৩৬] পাছে সূৰ্য্য মাৰ যোৱা সময়ত সৈন্যসমূহৰ মাজত সকলো ফালে এই কথা চিঁয়ৰি কোৱা হল, প্ৰতিজনে আপোন আপোন নগৰ আৰু আপোন দেশলৈ গুচি যাওক। [৩৭] এই ৰূপে ৰজা মৰিলত, তেওঁক চমৰিয়ালৈ অনা হল; আৰু লোকবিলাকে চমৰিয়াত তেওঁক মৈদাম দিলে। [৩৮] পাছে লোকবিলাকে চমৰিয়াৰ পুখুৰিপাৰত তেওঁৰ ৰথ ধুলত, যিহোৱাৰ বাক্য অনুসাৰে কুকুৰবোৰে তেওঁৰ তেজ চেলেকি খালে; সেই কালত বেশ্যাবোৰে তাত গা ধুইছিল। [৩৯] আহাবৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ আটাই কাৰ্য্যৰ, তেওঁ নিৰ্ম্মাণ কৰা হাতিদাঁতৰ গৃহৰ, আৰু তেওঁ দৃঢ় কৰা আটাই নগৰৰ কথা জানো ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই? [৪০] এই ৰূপে আহাব আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, তেওঁৰ পুত্ৰ অহজিয়া তেওঁৰ পদত ৰজা হল।

### যিহোচাফট আৰু অহজিয়াৰ ৰাজত্ব।

[৪১] ইস্ৰায়েলৰ আহাব ৰজাৰ ৰাজত্বৰ চতুৰ্থ বছৰত, আচাৰ পুত্ৰ যিহোচাফটে যিহূদাৰ ওপৰত ৰাজত্ব কৰিবলৈ ধৰিলে। [৪২] যিহোচাফটে পঁয়ত্ৰিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত পঁচিশ বছৰ ৰাজত্ব কৰিলে। তেওঁৰ মাকৰ নাম চিল্‌হীৰ জীয়েক আজূবা। [৪৩] যিহোচাফটে আপোন পিতৃ আচাৰ গোটেই পথত চলিলে; তেওঁ তাৰ পৰা ঘূৰি, যিহোৱাৰ সাক্ষাতে সদাচৰণ কৰিলে। তথাপি ওখ ঠাইবোৰ গুচুউৱা নহল; লোকবিলাকে তেতিয়াও ওখ ঠাইবোৰত বলিদান কৰিছিল আৰু ধূপ জলাইছিল। [৪৪] আৰু ইস্ৰায়েলৰ ৰজাৰ লগত যিহোচাফট মিলেৰে আছিল। [৪৫] যিহোচাফটৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ সিদ্ধ কৰা পৰাক্ৰম, আৰু তেওঁ কৰা যুদ্ধৰ কথা জানো যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই? [৪৬] তেওঁৰ পিতৃ আচাৰ ৰাজত্বৰ কালত যি নট লোকবোৰ অৱশিষ্ট থাকিছিল, তেওঁ সেইবোৰকো দেশৰ পৰা দূৰ কৰিলে। [৪৭] সেই কালত ইদোমত ৰজা নাছিল; এজন প্ৰতিনিধিয়ে ৰাজশাসন কৰিছিল। [৪৮] পাছে যিহোচাফটে সোণৰ নিমিত্তে ওফীৰলৈ যাবলৈ তৰ্চীচৰ জাহাজ সজালে; কিন্তু সেই জাহাজবোৰ নগল, কিয়নো ইচিয়োন-গেবৰত সেইবোৰ ভাগি থাকিল। [৪৯] তেতিয়া আহাবৰ পুত্ৰ অহজিয়াই যিহোচাফটক কলে, আপোনাৰ দাসবিলাকৰ লগত মোৰ দাসবিলাকো জাহাজত যাওক; কিন্তু যিহোচাফট মান্তি নহল। [৫০] পাছে যিহোচাফট আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হল, আৰু আপোন ওপৰ-পিতৃ দায়ূদৰ নগৰত, আপোন ওপৰ-পিতৃবিলাকৰ লগত তেওঁক মৈদাম দিয়া হল; পাছে তেওঁৰ পুত্ৰ যিহোৰাম তেওঁৰ পদত ৰজা হল।

[৫১] যিহূদাৰ যিহোচাফট ৰজাৰ ৰাজত্বৰ সপ্তদশ বছৰত আহাবৰ পুত্ৰ অহজিয়াই চমৰিয়াত ইস্ৰায়েলৰ ওপৰত ৰজা হৈ, ইস্ৰায়েলৰ ওপৰত দুবছৰ ৰাজত্ব কৰিলে। [৫২] তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; তেওঁ আপোন পিতৃ-মাতৃৰ পথত, আৰু নবাটৰ পুতেক যাৰবিয়ামে যিহৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, সেই পথত চলিলে। [৫৩] আৰু আপোন পিতৃৰ আটাই কাৰ্য্যৰ দৰেই বালক পূজা কৰিলে, তাৰ আগত প্ৰণিপাত কৰিলে, আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাক বেজাৰ দিলে।

# রাজাৱলির দ্বিতীয় পুস্তক।

অহজিয়ার নরীয়া আরু মৃত্যু।

১ আহাবর মৃত্যুর পাছে, মোৱাবে ইস্রায়েলর বিরুদ্ধে বিদ্রোহ-আচরণ করিলে। ২ আরু অহজিয়া চমরিয়াত থকা আপোনার ঘরর ওপর-খোঁটালীর খিলিকি দুৱারেদি পড়ি নরীয়া হল; তাতে তেওঁ কেইজনমান দূত পঠাই দি এই কথা কলে, যোৱা, এই নরীয়াত ময় জীম নে নিজীম, তাক ইক্রোণর দেৱতা বাল-জবূবর গুরিত সোধাগৈ। ৩ কিন্তু যিহোৱার দূতে তিচ্‌বীয়া এলিয়াক কলে, তুমি উঠি চমরিয়ার রজার দূতবিলাকর লগত সাক্ষাৎ করিবলৈ গৈ সিহঁতক কোৱা, ইস্রায়েলর মাজত জানো ঈশ্বর নাই, যে, তোমালোকে ইক্রোণর দেৱতা বাল-জবূবর গুরিত সুধিবলৈ গৈছা? ৪ এতেকে যিহোৱাই এই কথা কৈছে, তুমি যি খাটত উঠি পড়ি আছা, তার পরা আরু নেনামিবা, কিন্তু অৱশ্যে মরিবা; তাতে এলিয়া গল। ৫ পাছে দূতবিলাক রজার ওচরলৈ উভটি গলত, তেওঁ সিহঁতক সুধিলে, কিয় উভটি আহিলা? ৬ তাতে সিহঁতে তেওঁক কলে, এজন মানুহে আমার লগত সাক্ষাৎ করিবলৈ আহি আমাক কলে, যি রজাই তোমালোকক পঠালে, তোমালোকে তেওঁর ওচরলৈ উলটি গৈ তেওঁক কোৱা, যিহোৱাই এই কথা কৈছে, ইস্রায়েলর মাজত জানো ঈশ্বর নাই, যে, তুমি ইক্রোণর দেৱতা বাল-জবূবর গুরিত সুধিবলৈ মানুহ পঠাইছা? এতেকে তুমি যি খাটত উঠি পড়ি আছা, তার পরা আরু নেনামিবা, কিন্তু অৱশ্যে মরিবা। ৭ তাতে রজাই সিহঁতক সুধিলে, যি মানুহে তোমালোকর লগত সাক্ষাৎ করিবলৈ আহি সেই কথা কৈছিল, সেই জন কি রকম মানুহ? ৮ সিহঁতে উত্তর দি কলে, তেওঁ নোমাল কাপর লোৱা মানুহ, আরু তেওঁর কঁকালত ছালর টঙালি বন্ধা আছিল। তাতে রজাই কলে, সি তিচ্‌বীয়া এলিয়া। ৯ পাছে রজাই পঞ্চাশ জন সেনাই সৈতে পঞ্চাশর সেনাপতি এজনক তেওঁর ওচরলৈ পঠাই দিলে; তাতে সি তেওঁর ওচরলৈ উঠি গল। তেতিয়া দেখা, এলিয়া পর্ব্বতর টিঙত বহি আছিল: সি তেওঁক কলে, হে ঈশ্বরর মানুহ, রজার হুকুম, নামি আহ। ১০ তাতে এলিয়াই পঞ্চাশর সেনাপতিক উত্তর করি কলে, শুন, যদি ময় ঈশ্বরর মানুহ হওঁ, তেন্তে আকাশর পরা অগ্নি নামি তোক আরু তোর পঞ্চাশ জন সেনাক গ্রাস করোক। তেতিয়া আকাশর পরা অগ্নি নামি তাক আরু তার পঞ্চাশ জন সেনাক গ্রাস করিলে। ১১ পাছে রজাই আকৌ পঞ্চাশ জন সেনারে সৈতে আরু এজন পঞ্চাশর সেনাপতিক তেওঁর ওচরলৈ পঠালে। তাতে সি তেওঁক কলে, হে ঈশ্বরর মানুহ, রজার হুকুম, বেগাই নামি আহ। ১২ তাতে এলিয়াই উত্তর করি সিহঁতক কলে, যদি ময় ঈশ্বরর মানুহ হওঁ, তেন্তে আকাশর পরা অগ্নি নামি তোক আরু তোর পঞ্চাশ জন সেনাক গ্রাস করোক। তেতিয়া আকাশর পরা ঈশ্বরর অগ্নি নামি, তাক আরু তার পঞ্চাশ জন সেনাক গ্রাস করিলে। ১৩ পাছে রজাই আকৌ আন পঞ্চাশ জন সেনার লগত তৃতীয় পঞ্চাশর সেনাপতিক পঠালে। তাতে সেই তৃতীয় পঞ্চাশর সেনাপতিয়ে উঠি গৈ এলিয়ার ওচর পাই, তেওঁর আগত আঁঠু পারি বিনয় করি কলে, হে ঈশ্বরর লোক, ময় আপোনাক বিনয় করোঁ, মোর প্রাণ আরু আপোনার এই পঞ্চাশ জন দাসরো প্রাণ আপোনার সাক্ষাতে বহুমূল্য যেন হওক। ১৪ দেখোক, আগৈয়ে অহা পঞ্চাশর সেনাপতি দুজনক, আরু সিবিলাকর

দুই পঞ্চাশ সেনাকো আকাশৰ পৰা অগ্নি নামি গ্রাস করি পেলালে ; কিন্তু আপোনার দৃষ্টিত এতিয়া মোর প্রাণ বহুমূল্য হওক। [১৫] তাতে যিহোবার দূতে এলিয়াক কলে, তুমি ইয়ার লগত নামি যোৱা, রজালৈ ভয় নকরিবা। পাছে এলিয়া উঠি তার লগত রজার ওচরলৈ নামি গল। [১৬] আরু তেওঁ রজার আগত কলে, যিহোবাই এই কথা কৈছে, কথা সুধিবলৈ ইস্রায়েলর মাজত জানো ঈশ্বর নাই, যে তুমি ইক্রোণর দেবতা বাল-জবূবর গুরিত কথা সুধিবলৈ দূত পঠাইছিলা ? এই হেতুকে তুমি যি খাটত উঠি পড়ি আছা, তার পরা আরু নেনামিবা, কিন্তু অবশ্যে মরিবা। [১৭] পাছে এলিয়াই কোৱা যিহোবার বাক্য অনুসারে তেওঁ মরিল। তাতে তেওঁর পুত্র নথকাত, যিহূদার রজা যিহোচাফটর পুত্র যিহোরামর রাজত্বর দ্বিতীয় বছরত যিহোরাম তেওঁর পদত রজা হল। [১৮] অহজিয়ার কর্ম্মর অবশিষ্ট বৃত্তান্ত ইস্রায়েলর রজাবিলাকর ইতিহাস-পুস্তকখনিত জানো লিখা নাই ?

এলিয়া স্বর্গলৈ উঠি যোৱা। ইলীচাই আশ্চরিত কার্য্য করা।

২ পাছে, যি সময়ত যিহোবাই এলিয়াক ধুমুহা বতাহর দ্বারায় স্বর্গলৈ নিব খুজিছিল, সেই সময়ত এলিয়া ইলীচাই সৈতে গিল্‌গলর পরা গৈছিল। [২] এনে সময়ত এলিয়াই ইলীচাক কলে, ময় বিনয় করোঁ, তুমি ইয়াতে থাকা ; কিয়নো যিহোবাই মোক বৈৎ-এললৈ পঠাইছে। কিন্তু ইলীচাই তেওঁক কলে, যিহোবার জীৱনর শপথ, আরু আপোনার জীয়া প্রাণর শপথ, ময় আপোনাক নেরোঁ ; পাছে সিবিলাক বৈৎ-এললৈ নামি গল। [৩] তেতিয়া বৈৎ-এলত থকা শিষ্য-ভাববাদীবিলাকে ইলীচার ওচরলৈ ওলাই আহি তেওঁক কলে, যিহোবাই যে আজি আপোনার প্রভুক আপোনার মূরর ওপরর পরা লৈ যাব, তাক আপুনি জানিছে নে ? তেওঁ কলে, হয়, ময় জানিছোঁ ; তইঁতে মনে মনে থাক। [৪] পাছে এলিয়াই তেওঁক কলে, হে ইলীচা, ময় বিনয় করোঁ, তুমি ইয়াতে থাকা ; কিয়নো যিহোবাই মোক যিরীহোলৈ পঠাইছে। কিন্তু তেওঁ কলে, যিহোবার জীৱনর শপথ, আরু আপোনার জীয়া প্রাণর শপথ, ময় আপোনাক নেরোঁ। পাছে সিবিলাক যিরীহোলৈ আহিলত, [৫] যিরীহোত থকা শিষ্য-ভাববাদীবিলাকে ইলীচার ওচরলৈ আহি তেওঁক কলে, যিহোবাই যে আজি আপোনার মূরর ওপরর পরা আপোনার প্রভুক লৈ যাব, তাক আপুনি জানিছে নে ? তেওঁ কলে, হয়, ময় জানিছোঁ ; তইঁতে মনে মনে থাক। [৬] পাছে এলিয়াই তেওঁক কলে, ময় বিনয় করোঁ, তুমি ইয়াতে থাকা ; কিয়নো যিহোবাই মোক যৰ্দ্দনলৈ পঠাইছে। কিন্তু তেওঁ কলে, যিহোবার জীৱনর শপথ, আরু আপোনার জীয়া প্রাণর শপথ, ময় আপোনাক নেরোঁ ; পাছে সিবিলাক দুয়ো আগলৈ গৈ থাকিল। [৭] তেতিয়া শিষ্য-ভাববাদীবিলাকর মাজর পঞ্চাশ জন গৈ, সিবিলাকে দেখাকৈ কিছু দূরৈত থিয় হৈ থাকিল, আরু সিবিলাক দুজন যৰ্দ্দনর পারত থিয় হল। [৮] পাছে এলিয়াই আপোনার জামা মুরিয়াই লৈ যৰ্দ্দনর পানীত কোবালে ; তাতে পানী ইফালে সিফালে বেলেগ হৈ গলত, সিবিলাক দুয়ো জনে শুকান মাটিয়েদি পার হৈ গল। [৯] সিবিলাকে পার হৈ যোৱার পাছে, এলিয়াই ইলীচাক কলে, ময় তোমালৈ কি করিম ? তোমার পরা মোক নিয়ার আগেয়ে তাক মোক যাজ্ঞা করা। তাতে ইলীচাই কলে, মিনতি করোঁ, আপোনার আত্মার দুভাগ মোত থাকোক। [১০] তেওঁ কলে, তুমি দুঃসাধ্য বর খুজিলা ; তথাপি তোমার ওচরর পরা মোক নিয়া সময়ত যদি তুমি মোক দেখা পোৱা, তেন্তে তোমালৈ সেই রূপে হব ; কিন্তু দেখা নেপালে, সেই রূপে নহব। [১১] সিবিলাকে এই রূপে কথাবার্ত্তা হৈ গৈ থাকোঁতেই, অগ্নিময় এখন রথ, আরু অগ্নিময় ঘোঁরা ওলাই আহি, সিবিলাক দুজনক পৃথক করিলে, আরু এলিয়া ধুমুহা বতাহত স্বর্গলৈ উঠিল। [১২] ইলীচাই তাকে দেখি, হে মোর পিতৃ, হে মোর পিতৃ, ইস্রায়েলর রথ আরু তার অশ্বারোহীবিলাক, এই বুলি চিঞরি কবলৈ ধরিলে। পাছে তেওঁ এলিয়াক আরু দেখা নেপালে ; তেতিয়া তেওঁ আপোনার জামা ধরি ফালি দোডোখর

করিলে। [১৩] তেওঁ এলিয়ার গার পরা পড়া জামা তুলি লৈ, উভটি আহি যর্দ্দনর তীরত থিয় হল। [১৪] আরু তেওঁ এলিয়ার গার পরা পড়া জামা লৈ পানীত কোবাই কলে, এলিয়ার ঈশ্বর যিহোৱা ক'ত ? পাছে তেওঁ পানীত কোবো-ৱাত, পানী ইফালে সিফালে বেলেগ হল ; তাতে ইলীচাই পার হৈ আহিল। [১৫] তেতিয়া তেওঁ দেখাকৈ থকা যিরীহোর ভাববাদীবিলাকে তেওঁক দেখি কলে, এলিয়ার আত্মা ইলীচাত স্থিতি হল ; পাছে সিবিলাকে তেওঁর লগত সাক্ষাৎ করিবলৈ গৈ, মাটিলৈ মুকৈ পড়ি তেওঁক প্রণিপাত করিলে। [১৬] আরু সিবি-লাকে তেওঁক কলে, দেখোক, আপোনার দাসবিলাকর ইয়াত পঞ্চাশ জন বলৱান মানুহ আছে ; আমি আপোনাক বিনয় করোঁ, সিবিলাকে আপোনার প্রভুক বিচারিবলৈ যাওক ; কিজানি যিহোৱার আত্মাই তেওঁক দাঙি নি কোনো পর্ব্বতত, নাইবা কোনো উপত্যকাত পেলাই গৈছে। তেওঁ কলে, নপঠাবা। [১৭] তথাপি সিবিলাকে ধরি থকাত, তেওঁ লাজ পাই কলে, পঠাই দিয়া। তাতে সিবিলাকে পঞ্চাশ জন মানুহ পঠাই দিলে ; সিবিলাকে তেওঁক তিন দিনলৈকে বিচারিলে, কিন্তু নেপালে। [১৮] পাছে ইলীচা যিরীহোত থাকোঁ-তেই সিবিলাক তেওঁর ওচরলৈ উভটি আহিলত, তেওঁ সিবিলাকক কলে, নেযাবা বুলি ময় তোমালোকক নকৈছিলোঁ ?

[১৯] পাছে নগরর লোকবিলাকে ইলীচাক কলে, বিনয় করোঁ, দেখোক, এই নগরর ঠাই সুন্দর, ইয়াক আমার প্রভুৱে দেখিছে ; কিন্তু ইয়ার পানী বিষম, আরু ভূমিও গুটি সরাওঁতা আরু পোৱালি বিনচ করাওঁতা ; [২০] তাতে তেওঁ কলে, মোর ওচরলৈ এটা নতুন বাটি আনা, আরু তাত লোণ দিয়া ; পাছে তাক তেওঁর ওচরলৈ অনা হলত, [২১] তেওঁ পানীর ভুমুকর গুরিলৈ গৈ তাত লোণ পেলাই দি কলে, যিহোৱাই এই রূপে কৈছে, ময় এই পানী ভাল করিলোঁ ; এতিয়ার পরা এয়ে মৃত্যুজনক, কি গুটি সরাওঁতা, কি পোৱালি বিনচ করাওঁতা আরু নহব। [২২] ইলীচাই কোৱা সেই বাক্য অনুসারে সেই পানী আজিলৈকে ভাল আছে।

[২৩] পাছে তেওঁ তার পরা বৈৎ-এললৈ উঠি গল ; তেওঁ বাটেদি উঠি যাওঁতে, কেতবিলাক সরু লরাই নগরর পরা ওলাই আহি তেওঁক বিদ্রূপ করি কলে, হেরৌ তপা মূরা, উঠি যা ; হেরৌ তপা মূরা, উঠি যা। [২৪] তেতিয়া তেওঁ পাছফাললৈ ঘূরি সিহঁতলৈ চাই, যিহোৱার নামেরে সিহঁতক শাও দিলে ; তাতে দুজনী ভালুকে কাঠনির পরা ওলাই আহি সিহঁতর মাজর ব্যাল্লিশটা লরাক ছিরি পেলালে। [২৫] পাছে তেওঁ সেই ঠাইর পরা কর্ম্মিল পর্ব্বতলৈ গল, আরু তার পরা চমরিয়ালৈ উভটি আহিল।

ইস্রায়েলর ওপরত যোরামর রাজত্ব ; তেওঁ মোৱাবর বিরুদ্ধে যুদ্ধ করা।

৩ যিহূদার রজা যিহোচাফটর রাজত্বর অষ্টাদশ বছরত আহাবর পুত্র যিহোরামে চম-রিয়াত ইস্রায়েলর ওপরত রজা হৈ বার বছর রাজত্ব করিলে। [২] তেওঁ যিহোৱার সাক্ষাতে কু-আচরণ করিলে, কিন্তু আপোন পিতৃ-মাতৃর নিচিনাকৈ করা নাছিল ; কিয়নো আপোন পিতৃয়ে নির্ম্মাণ করা বালর স্তম্ভটো তেওঁ দূর করিলে। [৩] তথাপি নবাটর পুতেক যারবিয়ামে যিবোর পাপর দ্বারায় ইস্রায়েলক পাপ করাই-ছিল, সেইবোর পাপত তেওঁ আসক্ত হৈ থাকিল ; তেওঁ সেইবোরর পরা আঁতর নহল।

[৪] মোৱাবর মেচা রজা মের পোহোঁতা লোক আছিল ; তেওঁ ইস্রায়েলর রজাক করস্বরূপে এক লাখ মের পোৱালির, আরু এক লাখ মটা মেরর নোম দিছিল। [৫] কিন্তু আহাব মরার পাছে, মোৱাবর রজাই ইস্রায়েলর রজার বিরুদ্ধে বিদ্রোহ-আচরণ করিলে। [৬] সেই কালত যিহোরাম রজাই চমরিয়ার পরা ওলাই গৈ ইস্রায়েলর সকলো লোকবিলাকক গোটালে। [৭] আরু তেওঁ যিহূদার যিহোচাফট রজার ওচরলৈ দূতর দ্বারায় কৈ পঠালে, বোলে, মোৱাবর রজাই মোর বিরুদ্ধে বিদ্রোহ-আচরণ করিছে ; আপুনি মোর লগত মোৱাবর বিরুদ্ধে যুদ্ধ করিবলৈ যাব নে ? তাতে তেওঁ কলে, ময় যাম ; আপুনি যেনে, ময়ো তেনে, মোর প্রজা যেনে, আপোনার প্রজাও তেনে, আরু মোর ঘোঁরাবোর যেনে, আপোনার ঘোঁরাবোরো তেনে। [৮] তেওঁ সুধিলে,

আমি কোন বাটেদি যামহঁক? তাতে তেওঁ কলে, ইদোম অরণ্যর বাটেদি যাম। [৯] পাছে ইস্রায়েলর রজা, যিহূদার রজা, আরু ইদোমর রজাই যাত্রা করি সাত দিনর বাট ঘূরি গল। তেতিয়া তেওঁবিলাকর পাছত যোৱা সৈন্যবিলাকর আরু পশুবোরর নিমিত্তে পানী নোহোৱাত, [১০] ইস্রায়েলর রজাই কলে, হায় হায়, মোৱাবর হাতত সমর্পণ করিবর নিমিত্তেহে যিহোৱাই এই তিনি জন রজাক একেলগে মাতি আনিলে। [১১] কিন্তু যিহোচাফটে কলে, আমি যার দ্বারায় যিহোৱার গুরিত সুধিব পারোঁ, যিহোৱার এনে কোনো ভাববাদী এই ঠাইত নাই নে? তাতে ইস্রায়েলর রজার দাসবিলাকর মাজর এজনে কলে, এলিয়ার হাতত পানী বাকি দিয়া চাফটর পুতেক ইলীচা ইয়াত আছে। [১২] যিহোচাফটে কলে, তেওঁর লগত যিহোৱার বাক্য আছে। পাছে ইস্রায়েলর রজা, যিহোচাফট, আরু ইদোমর রজা তেওঁর ওচরলৈ গল। [১৩] তেতিয়া ইলীচাই ইস্রায়েলর রজাক কলে, তোমার লগত মোর কি সম্পর্ক আছে? তুমি আপোন পিতৃর ভাববাদীবিলাকর, আরু মাতৃর ভাববাদীবিলাকর ওচরলৈ যোৱা। তাতে ইস্রায়েলর রজাই তেওঁক কলে, আপুনি তেনেকৈ নকব; কিয়নো মোৱাবর হাতত সমর্পণ করিবর নিমিত্তে যিহোৱাই এই তিনিও জন রজাক একে লগে মাতি আনিলে। [১৪] ইলীচাই কলে, ময় যি জনার সাক্ষাতে থিয় হৈ আছোঁ, সেই বাহিনীবিলাকর যিহোৱার জীৱনর শপথ, যিহূদার যিহোচাফট রজার মুখলৈ ময় নোচোৱা হলে, তোমালৈ ময় চকু নিদিলোঁহেঁতেন, আরু তোমাক নেচালোঁহেঁতেন। [১৫] যি হওক, এতিয়া মোর ওচরলৈ বাদ্য বজাওঁতা এজনক আনা। পাছে সি বাদ্য বজাওঁতে, যিহোৱাই ইলীচার ওপরত হাত দিলে; [১৬] তাতে তেওঁ কলে, যিহোৱাই এই কথা কৈছে, এই উপত্যকা খালময় করা। [১৭] কিয়নো যিহোৱাই এই কথা কৈছে, তোমালোকে বতাহ নেদেখিবা আরু বৃষ্টি নেদেখিবা, তথাপি এই উপত্যকা পানীরে পরিপূর্ণ হব; তাতে তোমালোক, তোমালোকর পশু, আরু বহন করোঁতা জন্তুবোরে পানী খাবা। [১৮] আরু যিহোৱার দৃষ্টিত ই অতি সরু কথা; তেওঁ মোৱাবীয়াহঁতকো তোমালোকর হাতত সমর্পণ করিব; [১৯] তাতে তোমালোকে গড়েরে আবৃত প্রত্যেক নগর আরু প্রত্যেক উত্তম নগর উচ্ছন্ন করিবা, প্রত্যেক উত্তম বৃক্ষ কাটি পেলাবা, পানীর আটাই ভুমুক বন্ধ করিবা, আরু সকলো উত্তম মাটিকো শিলেরে নষ্ট করি পেলাবা। [২০] পাছে এনে ঘটিল, রাতিপুৱার নৈবেদ্য উৎসর্গ করা সময়ত, দেখা, ইদোমেদি পানী আহিল, আরু দেশখন পানীরে পরিপূর্ণ হল। [২১] ইয়ার ভিতরতে, রজাবিলাকে আমার বিরুদ্ধে যুদ্ধ করিবলৈ আহিল বুলি সকলো মোৱাবীয়া লোকে শুনিলত, সকলো ঠাইর পরা, যুদ্ধর সাজ পিন্ধিব পরা আটাই লোকে আরু আন আন লোকবিলাকে গোট খাই দেশর সীমাত উপস্থিত হল। [২২] পাছে সিহঁত রাতিপুৱাতে উঠিল; আরু সূর্য্যর রশ্মি পানীর ওপরত পড়িলত, সিহঁতে আপোনাবিলাকর সম্মুখত থকা পানী তেজর দরে রঙা যেন দেখিলে। [২৩] তাতে সিহঁতে কলে, সৌৱা দেখা, তেজ; সেই রজাবিলাক অৱশ্যে নষ্ট হল, সিহঁতে মরামরি করিলে; এই হেতুকে হে মোৱাব, লুট করিবলৈ যোৱা। [২৪] পাছে, সিহঁত ইস্রায়েলর ছাউনিলৈ আহিলত, ইস্রায়েল লোকবিলাকে উঠি মোৱাবীয়াবিলাকক এনেকৈ আঘাত করিলে, যে, সিহঁত সিবিলাকর আগর পরা পলাই গল; তাতে ইস্রায়েলে সিহঁতক প্রহার করি করি গৈ সিহঁতর দেশত সোমাল। [২৫] পাছে সিবিলাকে নগরবোর ভাঙ্গি পেলালে; আরু সিবিলাক প্রতিজনে উত্তম উত্তম মাটির ওপরত শিল পেলাই সেইবোর পুতিলে, আটাই ভুমুক বন্ধ করিলে, আরু আটাই উত্তম উত্তম গছ কাটি পেলালে; সিবিলাকে এনেকৈ করিলে, যে, কেৱল কীর-হেরচতহে তার শিলবোর অৱশিষ্ট রাখিলে; কিন্তু ফিঙা মরাবিলাকে তার চারিওফালে গৈ তালৈ শিল দলিয়ালে। [২৬] পাছে মোৱাবর রজাই আপোনার বিরুদ্ধে যুদ্ধ বড় টান হোৱা দেখি, ইদোমর রজার ওচরলৈ ভেদ করি যাবর নিমিত্তে আপোনার লগত সাত শ তরোৱাল ধরা সেনা ললে; কিন্তু সিহঁতে নোৱারিলে। [২৭] তেতিয়া তেওঁ আপোন রাজপদর উত্তরাধিকারী বড় পুতেকক লৈ গড়র ওপরত হোম-বলি দিলে। আরু ইস্রায়েলর বিরুদ্ধে

অতিশয় ক্ৰোধ হল ; তাতে সিবিলাকে তেওঁৰ ওচৰৰ পৰা যাত্ৰা কৰি আপোন দেশলৈ উভটি গল ।

ইলীচাই, তেল ভৰোৱা, লৰা এটাক পুনৰায় জীউৱা আদি কৰা আশ্চৰিত কাৰ্য্য ।

**৪** এদিন শিষ্য-ভাববাদীবিলাকৰ মাজৰ এজনৰ তিৰুতাই মাত লগাই ইলীচাক কলে, আপোনাৰ দাস মোৰ স্বামী মৰিল ; আপুনি জানে, যে, তেওঁ যিহোৱাৰ ভয়কাৰী লোক আছিল ; এতিয়া মহাজনে মোৰ পুত্ৰ দুটীক নিজৰ বন্দী কৰি লবৰ নিমিত্তে নিবলৈ আহিছে । ২ তাতে ইলীচাই তাইক সুধিলে, ময় তোমাৰ নিমিত্তে কি কৰিব পাৰো ? কোৱাছোন, তোমাৰ ঘৰত কি আছে ? তাই কলে, ঘৰত একুপা তেলৰ বাহিৰে আপোনাৰ বেটীৰ আৰু একোৱেই নাই । ৩ তেতিয়া তেওঁ কলে, তেন্তে যোৱা, বাহিৰৰ পৰা, আপোনাৰ আটাই ওচৰ-চুবুৰীয়াবিলাকৰ পৰা শুদা পাত্ৰ খুজি আনাগৈ, তাকৰকৈ নানিবা । ৪ পাছে তোমাৰ পোৱাঁইতে সৈতে ভিতৰলৈ গৈ দুৱাৰ বন্ধ কৰিবা, আৰু সেই পাত্ৰবোৰত তেল ঢালিবা ; আৰু এটা এটা পাত্ৰ ভৰিলে একলীয়াকৈ থবা । ৫ তাৰ পাছে সেই তিৰুতা তেওঁৰ ওচৰৰ পৰা গল ; আৰু আপোনাৰ পুতেকহঁতে সৈতে তাই সোমাই দুৱাৰ বন্ধ কৰিলত, সিহঁতে বাৰে বাৰে পাত্ৰ নি দিলে, আৰু তাই তেল ঢালিলে । ৬ সকলো পাত্ৰ ভৰাৰ পাছে তাই পুতেকক কলে, আৰু পাত্ৰ দে ; তাতে পুতেকে কলে, আৰু পাত্ৰ নাই । তেতিয়া তেলৰ ধাৰ বন্ধ হল । ৭ পাছে তাই আহি ঈশ্বৰৰ লোকৰ আগত সম্বাদ দিলে ; তাতে তেওঁ কলে, যোৱা, তেল বেচি তোমাৰ ধাৰ সুজাগৈ, আৰু অৱশিষ্ট যি থাকিব, তাৰে তোমাৰ আৰু তোমাৰ পোৱাঁইতৰ জীবিকা চলাবা ।

৮ আৰু এদিন ইলীচা চূনেমলৈ গৈছিল ; তাত এজনী চহকী তিৰুতা আছিল ; আহাৰ কৰিবলৈ তাই তেওঁক মিনতিৰে ধৰাত, তেওঁ তাত আহাৰ কৰিলে । এই হেতুকে তেওঁ যিমান-বাৰ সেই বাটেদি যায়, সিমান-বাৰ আহাৰ কৰিবৰ অৰ্থে তাত সোমায় । ৯ তাৰ পাছে সেই তিৰুতাই আপোন স্বামীক কলে, দেখা, ময় জানিছোঁ, যে, আমাৰ বাটেদি অহা-যোৱা কৰা মানুহ জন ঈশ্বৰৰ এজন পবিত্ৰ লোক । ১০ এই হেতুকে আহাঁ, আমি তেওঁৰ নিমিত্তে দেৱালৰ ওপৰত এটী সৰু খোঁটালী সাজোঁ ; আৰু তাৰ ভিতৰত এখন মেজ, এখন খাট, এখন আসন, আৰু এটী গছা ৰাখোঁ ; তেওঁ আমাৰ ইয়ালৈ আহিলে সেই ঠাইতে থাকিব । ১১ পাছে এদিন ইলীচাই সেই ঠাইলৈ গৈ, সেই খোঁটালীত সোমাই শয়ন কৰিলে । ১২ তাৰ পাছত তেওঁ আপোন দাস গেহজীক মাতি কলে, তুমি সেই চূনেমিয়ানীক মাতা ; তাতে সি তাইক মাতিলত, তাই তেওঁৰ আগত থিয় হল । ১৩ তেতিয়া ইলীচাই গেহজীক কলে, তাইক কোৱা, দেখা, তুমি আমাৰ নিমিত্তে এই সকলো চিন্তা কৰিলা ; এতিয়া তোমাৰ নিমিত্তে কি কৰিব লাগে ? ৰজাৰ আগত, নাইবা প্ৰধান সেনাপতিৰ আগত নিবেদন কৰিবলৈ তোমাৰ কিবা কথা আছে নে ? তাই উত্তৰ কৰি কলে, ময় আপোন লোকবিলাকৰ মাজত আছোঁ । ১৪ পাছে ইলীচাই কলে, তেন্তে তাইৰ নিমিত্তে কি কৰা যাব ? গেহজীয়ে উত্তৰ কৰিলে, স্বৰূপেই তাইৰ এটীও সন্তান নাই, আৰু তাইৰ স্বামীও বৃদ্ধ হল । ইলীচাই কলে, তাইক মাতা । ১৫ তাতে তাইক মাতিলত, তাই আহি দুৱাৰ-মুখত থিয় হল । ১৬ তেতিয়া ইলীচাই কলে, এই ঋতুত, এই সময় পুনৰায় উপস্থিত হলে, তুমি এটী পুত্ৰ কোলাত লবলৈ পাবা । কিন্তু তাই কলে, নহয় নহয়, হে মোৰ প্ৰভো, হে ঈশ্বৰৰ লোক, আপোনাৰ বেটীৰ আগত মিছা কথা নকব । ১৭ পাছে ইলীচাৰ বাক্য অনুসাৰে সেই তিৰুতাই গৰ্ব্ভধাৰণ কৰি, সেই ঋতুত, সেই সময় পুনৰায় উপস্থিত হলত, এটী পুত্ৰ প্ৰসৱ কৰিলে । ১৮ তাৰ পাছে লৰাটী কিছু ডাঙৰ হলত, সি এদিন শস্য দোৱাবিলাকৰ ওচৰলৈ আপোন বাপেকৰ গুৰিলৈ ওলাই গল । ১৯ পাছে সি বাপেকক কলে, মোৰ মূৰ বিথাইছে, মূৰ বিথাইছে । তাতে বাপেকে আপোন দাসক কলে, ইয়াক দাঙি মাকৰ ওচৰলৈ লৈ যা । ২০ পাছে সি তাক দাঙি মাকৰ ওচৰলৈ আনিলত, লৰাটো দুপৰলৈকে মাকৰ কোলাত বহি থাকি পাছে মৰিল । ২১ তেতিয়া মাকে তাক ওপৰলৈ লৈ গৈ ঈশ্বৰৰ লোকৰ খাটত শুৱাই থলে, আৰু

পাছত দুৱাৰ বন্ধ করি বাহিৰলৈ আহিল। [২২] পাছে তাই আপোন গিৰিয়েকক ৰিঙিয়াই কলে, বিনয় কৰোঁ, ময় ঈশ্বৰৰ লোকৰ ওচৰৰ পৰা বেগাই উলটি আহিবৰ নিমিত্তে, তুমি দাসবিলাকৰ মাজৰ এটাক, আৰু এজনী গাধ মোৰ এখেলৈ পঠাই দিয়া। [২৩] তাতে সি কলে, তুমি আজি তেওঁৰ ওচৰলৈ কিয় যোৱা? আজি ন-জোন, বা বিশ্ৰাম-দিনো নহয়। তাই কলে, ভালেই হব। [২৪] তেতিয়া তাই গাধ সজাই আপোন দাসক কলে, চলাই লৈ ব'ল; ময় নকওঁমানে বেগাই খেদিবলৈ নেৰিবি। [২৫] পাছে তাই গৈ কৰ্ম্মিল পৰ্ব্বতত ঈশ্বৰৰ লোকৰ ওচৰ পাওঁতে, ঈশ্বৰৰ লোকে তাইক দূৰৈতে দেখি, আপোন দাস গেহজীক কলে, সৌৱা দেখা, চূনেমিয়ানী; [২৬] তুমি ওচৰলৈ লৰ মাৰি গৈ, তোমাৰ মঙ্গল, তোমাৰ স্বামীৰ মঙ্গল, আৰু লৰাটীৰ মঙ্গল নে? এই বুলি সোধাগৈ। তাই উত্তৰ দি কলে, মঙ্গল। [২৭] পাছে তাই পৰ্ব্বতলৈ ঈশ্বৰৰ লোকৰ ওচৰলৈ চাপি গৈ তেওঁৰ ভৰিত ধৰিলে। তাতে গেহজীয়ে তাইক খেদিবৰ নিমিত্তে ওচৰলৈ আহিল, কিন্তু ঈশ্বৰৰ লোকে কলে, তাইক থাকিবলৈ দিয়া; কিয়নো তাইৰ প্ৰাণ শোকাকুল; আৰু যিহোৱাই মোৰ পৰা তাক গুপুতে ৰাখি মোক জনোৱা নাই। [২৮] তেতিয়া সেই তিৰুতাই কলে, মোৰ প্ৰভুৰ গুৰিত ময় জানো পুত্ৰ খুজিছিলোঁ? মোক প্ৰ-বঞ্চনা নকৰিব, এই বুলি ময় জানো কোৱা নাই? [২৯] তেতিয়া তেওঁ গেহজীক কলে, তোমাৰ কঁকাল বান্ধি মোৰ এই লাখুটি হাতত লৈ যোৱা; তুমি কোনো মানুহৰ লগ পালে তাক মঙ্গলবাদ নক-ৰিবা; আৰু কোনোবাই তোমাক মঙ্গলবাদ কৰিলে, তুমি তাক পুনৰায় মঙ্গলবাদ নকৰিবা; আৰু লৰাটীৰ মুখৰ ওপৰত মোৰ এই লাখুটি ৰাখিবা। [৩০] তাতে লৰাৰ মাকে কলে, যিহোৱাৰ জীৱনৰ শপথ, আৰু আপোনাৰ জীয়া প্ৰাণৰ শপথ, ময় আপোনাক নেৰোঁ। তেতিয়া তেওঁ উঠি তাইৰ পাছে পাছে আহিল। [৩১] ইয়াৰ ভিতৰতে গেহজীয়ে সিবিলাকৰ আগ হৈ আহি, লৰাটীৰ মুখৰ ওপৰত সেই লাখুটি ৰাখিলে; তথাপি কোনো শবদ, বা কাণ দিয়াৰ লক্ষণ পোৱা নগল। এই হেতুকে গেহজীয়ে উলটি গৈ তেওঁৰ সাক্ষাৎ হৈ তেওঁক কলে, লৰা সাৰ পোৱা নাই। [৩২] পাছে ইলীচাই সেই ঘৰলৈ আহি দেখিলে, যে, লৰাটী মৰা, আৰু তেওঁৰ শয্যাত তাক শুৱাই ৰখা হৈছে। [৩৩] তেতিয়া তেওঁ ভিতৰত সোমাল, আৰু সিবি-লাক দুজনক বাহিৰত ৰাখি দুৱাৰ জপাই যিহো-ৱাৰ আগত প্ৰাৰ্থনা কৰিলে। [৩৪] আৰু তেওঁ পাটত উঠি লৰাটীৰ ওপৰত শয়ন কৰিলে; তেওঁ তাৰ মুখৰ ওপৰত আপোন মুখ, তাৰ চকুৰ ওপ-ৰত চকু, আৰু তাৰ হাতৰ তলুৱাৰ ওপৰত হাতৰ তলুৱা ৰাখি, তাৰ ওপৰত দীঘল হৈ পৰিল; তাতে লৰাটীৰ গা গৰম হৈ উঠিল। [৩৫] পাছে তেওঁ উভটি আহি ঘৰৰ ভিতৰত এবাৰ ইফাল-সিফালকৈ ফুৰিলে; পাছত পুনৰায় উঠি গৈ তাৰ ওপৰত দীঘল হৈ পৰিল; তাতে লৰাটীয়ে সাত্‌বাৰ হাঁচি মাৰিলে, আৰু লৰাটীয়ে চকুও মেলিলে। [৩৬] তেতিয়া তেওঁ গেহজীক মাতি কলে, সেই চূনেমিয়ানীক মাতা; সি তাইক মাতিলত, সেই তিৰুতা তেওঁৰ ওচৰত উপস্থিত হল; তাতে তেওঁ কলে, তোমাৰ পোৱাঁক লোৱা। [৩৭] তেতিয়া সেই তিৰুতাই ভিতৰলৈ গৈ তেওঁৰ ভৰিৰ তলত পৰি ভূমিত মুখ দি প্ৰণিপাত কৰিলে, আৰু আপোন পুতেকক তুলি লৈ বাহিৰলৈ আহিল।

[৩৮] পাছে ইলীচা আকৌ গিল্‌গললৈ আহিল; সেই কালত দেশত আকাল হৈছিল; তেতিয়া শিষ্য-ভাববাদীবিলাক তেওঁৰ আগত বহি আছিল; এনেতে তেওঁ আপোন দাসক আজ্ঞা দি কলে, বৰ চৰু বহাই শিষ্য-ভাববাদীবিলাকৰ নিমিত্তে আঞ্জা ৰান্ধা। [৩৯] সেই সময়ত সিবিলাকৰ এজনে শাক বুটলিবৰ নিমিত্তে পথাৰলৈ গল, আৰু বনৰীয়া লতা পাই তাৰ গুটি ছিঙি কোঁচ ভৰাই আনি, তাক কুটি কুটি আঞ্জাৰ চৰুত দিলে; কিন্তু সেয়ে কি, তাক সিবিলাকে নেজানিলে। [৪০] পাছে মানুহবিলাকে ভোজন কৰিবৰ নিমিত্তে তাক বাঢ়ি দিয়া হলত, সিবিলাকে সেই আঞ্জা মুখত দিয়ামাত্ৰকে চিঞৰ মাৰি কলে, হে ঈশ্বৰৰ লোক, চৰুত মৃত্যু আছে; সিবিলাকে তাক ভোজন কৰিব নোৱাৰিলে। [৪১] কিন্তু তেওঁ কলে, তেন্তে কিছু আটাগুড়ি আনা। পাছে তেওঁ তাক চৰুত পেলাই দি কলে, এতিয়া

লোকবিলাকর নিমিত্তে তাক বাঢ়ি দিয়া, সিবিলাকে খাওক ; তাতে চরুত একোরেই বিষম নেথাকিল ।

৪২ এদিন বাল-চালিচার পরা এজন মানুহে ঈশ্বরর লোকর নিমিত্তে, প্রথমে পকা শস্য যব ধানর বিশটা পিঠা আরু নতুন চেঁই জোলোঙাত ভরাই আনিলে । তাতে ইলীচাই কলে, ইয়াক লোকবিলাকক দিয়া, সিবিলাকে খাওক । ৪৩ তাতে তেওঁর দাসে কলে, কি ! ময় এইখিনিকে এশ লোকর আগত থম নে ? কিন্তু তেওঁ কলে, তাক লোকবিলাকক দিয়া, সিবিলাকে খাওক ; কিয়নো যিহোৱাই এই রূপে কৈছে, সিবিলাকে খায়ো তার বাকী এরিব । ৪৪ এই হেতুকে, সি সিবিলাকর আগত তাক দিলত, সিবিলাকে তাক খায়ো যিহোৱার বাক্যর দরে তার বাকী এরিলে ।

### ইলীচাই কুষ্ঠরোগী নামানক সুস্থ করা ।

৫ অরামীয়া রজার প্রধান সেনাপতি নামান আপোন প্রভুর সাক্ষাতে মহান আরু মর্য্যাদা পোৱা লোক আছিল ; কিয়নো তেওঁরেই দ্বারায় যিহোৱাই অরামীয়াবিলাকক জয়যুক্ত করিছিল ; সেই পুরুষ পরাক্রমী বীর, কিন্তু কুষ্ঠরোগী আছিল । ২ এক সময়ত অরামীয়া লোকে দলে দলে ওলাই আহোঁতে, ইস্রায়েল দেশর পরা এজনী সরু ছোৱালী বন্দী করি নিছিল ; তাই নামানর ভার্য্যার আল ধরিছিল । ৩ তাই আপোন অধিকারিণীক কলে, চমরিয়াত থকা ভাববাদীর লগত মোর প্রভুৱে সাক্ষাৎ করিলে বড় ভাল হয় ! তাকে করিলে, তেওঁ কুষ্ঠ রোগর পরা তেওঁক সুস্থ করিব । ৪ পাছে তেওঁ ভিতরলৈ গৈ আপোন প্রভুক কলে, ইস্রায়েল দেশর পরা অনা সেই ছোৱালী জনীয়ে এই এই রূপ কথা কলে । ৫ তাতে অরামর রজাই কলে, তেন্তে তুমি যোৱাগৈ ; ময় ইস্রায়েলর রজালৈ এখন পত্র পঠাওঁ । তেতিয়া তেওঁ আপোনার লগত দহ কিক্কর রূপ, ছয় হাজার চেকল সোণ, আরু দহ যোর কাপর লৈ যাত্রা করিলে । ৬ আরু তেওঁ ইস্রায়েলর রজার ওচরলৈ পত্রখন লৈ আহিল ; তার ভিতরত এই কথা লিখা আছিল, “আরু এই পত্র আপোনার ওচর পালে, ময় যে আপোন দাস নামানক কুষ্ঠ রোগর পরা সুস্থ হবর নিমিত্তে আপোনার ওচরলৈ পঠাইছোঁ, ইয়াকে জানিব ।” ৭ সেই পত্র পঢ়ামাত্রে ইস্রায়েলর রজাই আপোনার কাপর ফালি কলে, মারিবলৈ আরু জীয়াবলৈ ময় জানো ঈশ্বর, যে, এই মানুহে এটা মানুহক তার কুষ্ঠ রোগর পরা সুস্থ করিবলৈ মোর ওচরলৈ আজ্ঞা পঠাইছে ? কিন্তু বিনয় করোঁ, তোমালোকে বিবেচনা করি চোৱা, সি মোর বিরুদ্ধে ছিদ্র পাবলৈ ছল বিচারিছে । ৮ পাছে, ইস্রায়েলর রজাই কাপর ফলা কথা ঈশ্বরর লোক ইলীচাই শুনি রজার ওচরলৈ এই কথা কৈ পঠালে, তুমি আপোন বস্ত্র কিয় ফালিলা ? সেই মানুহ মোর এখেলৈ আহোক ; তাতে ইস্রায়েলর মাজত যে এজন ভাববাদী আছে, তাক সি জানিব । ৯ তাতে নামান আপোনার ঘোঁরাবোর আরু আপোনার রথে সৈতে আহি, ইলীচার ঘরর দুৱারমুখত থিয় হল । ১০ তেতিয়া ইলীচাই তেওঁর ওচরলৈ এজন দূত পঠাই কলে, তুমি গৈ যর্দ্দন নদীত সাত্বার জোবোরা মারাগৈ ; তাতে তোমার গার মঙহ আগর নিচিনা হব, আরু তুমি শুচি হবা । ১১ কিন্তু নামানে খং উঠি গুচি গল, আরু কলে, দেখা, ময় ভাবিছিলোঁ, তেওঁ অৱশ্যে ওলাই মোর ওচরলৈ আহিব, আরু থিয় হৈ আপোন ঈশ্বর যিহোৱার নামেরে প্রার্থনা করি, কুষ্ঠর ঠাইত হাত বুলাই কুষ্ঠরোগীক সুস্থ করিব । ১২ ইস্রায়েলর আটাই জলতকৈ দম্মেচকর অবানা আরু পর্পর নদী জানো উত্তম নহয় ? ময় জানো সেইবোরত জোবোরা মারি শুচি হব নোৱারিম ? এই বুলি তেওঁ মুখ ঘুরাই খঙেরে গুচি গল । ১৩ কিন্তু তেওঁর দাসবিলাকে ওচর চাপি নিবেদন করি কলে, হে পিতৃ, সেই ভাববাদীয়ে কোনো মহৎ কর্ম্ম করিবর আজ্ঞা আপোনাক করা হলে, আপুনি তাক নকরিলেহেঁতেন নে ? এই হেতুকে, “জোবোরা মারি শুচি হোৱা,” তেওঁ আপোনাক এই আজ্ঞা দিয়াত, আপুনি জানো তাক করিব নোৱারে ? ১৪ তেতিয়া

তেওঁ ঈশ্বৰৰ লোকৰ আজ্ঞাৰ দৰে যৰ্দ্দনত সাত্বাৰ ডুব মাৰিলে; তাতে তেওঁৰ গাৰ মঙহ সৰু লৰাৰ গাৰ মঙহৰ নিচিনা হল, আৰু তেওঁ শুচি হল। [১৫] পাছে নামানে আপোনাৰ সঙ্গী আটাই লোকবিলাকে সৈতে ঈশ্বৰৰ লোকৰ ওচৰলৈ উভটি আহি, তেওঁৰ আগত থিয় হৈ কলে, দেখোক, ময় এতিয়া জানিলোঁ, যে, গোটেই পৃথিবীত আৰু ক'তো ঈশ্বৰ নাই, কেৱল ইস্ৰায়েলৰ মাজত্হে আছে; এই হেতুকে ময় বিনয় কৰোঁ, আপোনাৰ এই দাসৰ পৰা এটী উপহাৰ গ্ৰহণ কৰোক। [১৬] কিন্তু তেওঁ কলে, ময় যি জনাৰ সাক্ষাতে থিয় হৈ আছোঁ, সেই যিহোৱাৰ জীৱনৰ শপথ, ময় একোকে গ্ৰহণ নকৰোঁ। তাক গ্ৰহণ কৰিবলৈ নামানে তেওঁক বহুৎ মিনতি কৰি কলতো, তেওঁ মান্তি নহল। [১৭] পাছে নামানে কলে, সেয়ে যদি নহয়, তেন্তে দুটা খছৰৰ বোজাৰ মাটি আপোনাৰ এই দাসক দিয়া হওক; কিয়নো আজিৰ পৰা আপোনাৰ এই দাসে যিহোৱাৰ বাহিৰে কোনো ইতৰ দেৱতাৰ উদ্দেশে হোম বা বলিদান আৰু নকৰিব। [১৮] কেৱল এই বিষয়ত যিহোৱাই আপোনাৰ এই দাসক ক্ষমা কৰোক; যেতিয়া মোৰ প্ৰভুৱে সেৱা কৰিবৰ অৰ্থে ৰিম্মোনৰ গৃহত সোমাই মোৰ হাতত ভৰ দিয়ে, আৰু ময় ৰিম্মোনৰ গৃহত প্ৰণিপাত কৰোঁ, তেতিয়া ময় ৰিম্মোনৰ গৃহত প্ৰণিপাত কৰা সেই কথাত যিহোৱাই আপোনাৰ এই দাসক ক্ষমা কৰোক। [১৯] তাতে ইলীচাই তেওঁক কলে, কুশলে যোৱা। তেতিয়া তেওঁ ইলীচাৰ ওচৰৰ পৰা ওলাই কিছু বাট গল।

[২০] কিন্তু ঈশ্বৰৰ লোক ইলীচাৰ দাস গেহজীয়ে কলে, দেখা, মোৰ প্ৰভুলৈ সেই অৰামীয়া নামানে যি আনিছিল, তাক তেওঁৰ হাতৰ পৰা নোলোৱাকৈ তেওঁক মোৰ প্ৰভুৱে এনেই এৰি দিলে; কিন্তু যিহোৱাৰ জীৱনৰ শপথ, ময় তেওঁৰ পাছে পাছে লৰি গৈ তেওঁৰ পৰা কিছু লওঁগৈ; [২১] এই বুলি গেহজী নামানৰ পাছে পাছে লৰি গল। তাতে নামানে তাক আপোনাৰ পাছত লৰি আহিবৰ দেখি, তাৰে সৈতে সাক্ষাৎ হবৰ নিমিত্তে ৰথৰ পৰা নামি সুধিলে, মঙ্গল নে? তাতে সি কলে, মঙ্গল; [২২] মোৰ প্ৰভুৱে এই কথা কৈ মোক পঠালে, দেখোক, এতিয়াই ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলৰ পৰা শিষ্য-ভাববাদীবিলাকৰ মাজৰ দুজন ডেকা মোৰ এখেলৈ আহিছে; ময় বিনয় কৰোঁ, সিবিলাকলৈ এক কিক্কৰ ৰূপ আৰু দোযোৰা কাপৰ দিওক। [২৩] তাতে নামানে কলে, দুই কিক্কৰ ৰূপ লোৱা; এই বুলি তেওঁ তাক বড়কৈ ধৰি, দোযোৰা কাপৰে সৈতে দুটা থৈলাত দুই কিক্কৰ ৰূপ বান্ধি আপোনাৰ দুটা বন্দীৰ কান্ধত দিলত, সিহঁতে তাৰ আগে আগে বৈ আনিলে। [২৪] পাছে পৰ্ব্বত পালত, সি সিহঁতৰ হাতৰ পৰা সেইবোৰ লৈ ঘৰৰ ভিতৰত থলে; আৰু সি সেই মানুহ দুটাক বিদায় দিলত, সিহঁত গুচি গল। [২৫] পাছে সি ভিতৰলৈ গৈ আপোন প্ৰভুৰ আগত থিয় হল। তেতিয়া ইলীচাই তাক সুধিলে, হে গেহজী, তুমি ক'ৰ পৰা আহিলা? সি কলে, আপোনাৰ দাস কলৈকো যোৱা নাই। [২৬] কিন্তু তেওঁ তাক কলে, যেতিয়া সেই মানুহে তোমাৰ লগত সাক্ষাৎ কৰিবলৈ আপোন ৰথৰ পৰা নামিল, তেতিয়া তালৈ জানো মোৰ মন যোৱা নাই? ধন লবৰ, আৰু বস্ত্ৰ, জিতবৃক্ষৰ বাৰী, দ্ৰাক্ষাবাৰী, মেৰ, গৰু, আৰু বন্দী-বেটী লবৰ জানো সময় এই? [২৭] এই হেতুকে নামানৰ কুষ্ঠৰোগ তোমাত আৰু তোমাৰ বংশত সদায় লাগি থাকিব। তাতে গেহজী হিমৰ নিচিনা বগা কুষ্ঠৰোগী হৈ তেওঁৰ আগৰ পৰা ওলাই আহিল।

ইলীচাই কুঠাৰ এখন ওপঙোৱা। তেওঁ অৰামীয়াহঁতৰ বিৰুদ্ধে কৰা কাৰ্য্য।

৬ এদিন শিষ্য-ভাববাদীবিলাকে ইলীচাক কলে, দেখোক, আপুনি দেখাতে আমি এই যি ঠাইত বাস কৰিছোঁহঁক, এয়ে আমাৰ নিমিত্তে অতি ঠেক। [২] বিনয় কৰোঁ, আমি যৰ্দ্দনলৈ গৈ, প্ৰতিজনে তাৰ পৰা এডোখৰ এডোখৰ কাঠ লৈ আপোনাবিলাকৰ নিমিত্তে সেই ঠাইতে বসতিৰ ঠাই যুগুত কৰোঁহঁক;

তাতে তেওঁ কলে, যোৱাহঁক। ³ পাছে আৰু এজনে কলে, অনুগ্ৰহ কৰি আপোনাৰ দাসবিলাকৰ লগত আপুনিও বলোক; তাতে তেওঁ কলে, বাৰু, মই যাম। ⁴ এই হেতুকে তেওঁ সিবিলাকৰ লগত গল। পাছে যৰ্দ্দনৰ ওচৰ পাই, সিবিলাকে কাঠ কাটিবলৈ ধৰিলে। ⁵ তেতিয়া, এজনে চতিৰ কাঠ কাটোঁতে, কুঠাৰখন স্থলকি পানীত পড়িল; তাতে সি মাত লগাই কলে, হায় হায়, প্ৰভো, সেয়ে খুজি অনা বস্তু। ⁶ তেতিয়া ঈশ্বৰৰ লোকে সুধিলে, সেয়ে কোন ঠাইত পড়িল? পাছে সি তেওঁক সেই ঠাই দেখুৱালত, তেওঁ এডুখৰী কাঠ কাটি সেই ঠাইত পেলাই দি লোহাডোখৰ ওপঙালে। ⁷ তেতিয়া ইলীচাই তাক কলে, তাক তুলি লোৱা; তাতে সি হাত মেলি তাক ললে।

⁸ কোনো সময়ত অৰামীয়া ৰজাই ইস্ৰায়েলৰ বিৰুদ্ধে যুদ্ধ কৰিছিল; আৰু তেওঁ যেতিয়া আপোন দাসবিলাকে সৈতে আলচ কৰি কয়, আমুক তামুক ঠাইত মোৰ ছাউনি পতা হব, ⁹ তেতিয়া ঈশ্বৰৰ লোকে ইস্ৰায়েলৰ ৰজালৈ কৈ পঠায়, বোলে, সাৱধান, তুমি আমুক তামুক ঠাইলৈ অৱহেলা নকৰিবা; কিয়নো সেই ঠাইলৈকে অৰামীয়াবিলাক নামি আহিছে। ¹⁰ তাতে, ঈশ্বৰৰ লোকে যি ঠাই দেখুৱাই ইস্ৰায়েলৰ ৰজাক সাৱধান কৰায়, তেওঁ সেই ঠাইলৈ সৈন্য পঠাই আপোনাকে ৰক্ষা কৰে; কেৱল দুবাৰ এবাৰ নহয়। ¹¹ এই হেতুকে সেই বিষয়ে অৰামীয়া ৰজাই মনত বড় বেজাৰ পাই, আপোন দাসবিলাকক মাতি কলে, বোলে, আমাৰ মাজৰ কোন মানুহ ইস্ৰায়েলৰ ৰজাৰ ফলীয়া, তাক তোমালোকে মোক নোকোৱা নে? ¹² তাতে তেওঁৰ দাসবিলাকৰ মাজৰ এজনে কলে, হে মোৰ প্ৰভু মহাৰাজ, কোনো নাই, কিন্তু আপুনি শোৱা কোঁঠালীত যি যি কয়; তাকো ইস্ৰায়েলৰ মাজত থকা ভাববাদী ইলীচাই ইস্ৰায়েলৰ ৰজাক জনায়। ¹³ তেতিয়া তেওঁ কলে, তোমালোকে গৈ, তেওঁ ক'ত থাকে, তাক চাই আহাঁ; মই মানুহ পঠাই তেওঁক অনাম। পাছে কোনোৱে তেওঁক এই সম্বাদ দিলে, দেখোক, তেওঁ দোথনত আছে। ¹⁴ তাতে তেওঁ ঘোঁৰাবোৰ, ৰথ, আৰু বহু সৈন্যৰ দল তালৈ পঠাই দিলে; সিহঁতে ৰাতিয়েই আহি সেই নগৰ বেৰি ধৰিলে। ¹⁵ পাছে ঈশ্বৰৰ লোকৰ পৰিচাৰকে ৰাতিপুৱাই উঠি বাহিৰ ওলাই দেখিলে, ৰথ আৰু ঘোঁৰাবোৰে সৈতে এদল সৈন্যই নগৰ বেৰি ধৰি আছে; তাতে তেওঁৰ সেই দাসে তেওঁক কলে, হায় হায়, মোৰ প্ৰভো, আমি কি কৰিম? ¹⁶ তাতে তেওঁ কলে, ভয় নকৰিবা; কিয়নো সিহঁতৰ সঙ্গীবোৰতকৈ আমাৰ সঙ্গী অধিক। ¹⁷ তেতিয়া ইলীচাই প্ৰাৰ্থনা কৰি কলে, হে যিহোৱা, বিনয় কৰোঁ, ই যেন দেখিবলৈ পায়, এই নিমিত্তে ইয়াৰ চকু মুকলি কৰা। তাতে যিহোৱাই সেই দাসৰ চকু মুকলি কৰিলত, সি চাই দেখিলে, যে, ইলীচাৰ চাৰিওফালে অগ্নিময় ঘোঁৰা আৰু ৰথেৰে পৰ্ব্বত পৰিপূৰ্ণ আছে। ¹⁸ পাছে, সিহঁত তেওঁৰ ওচৰলৈ নামি আহিলত, ইলীচাই যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কলে, বিনয় কৰোঁ, এই জাতিক প্ৰহাৰ কৰি ইহঁতৰ চকু অন্ধ কৰা। তাতে তেওঁ ইলীচাৰ বাক্য অনুসাৰে প্ৰহাৰ কৰি সিহঁতৰ চকু অন্ধ কৰিলে। ¹⁹ পাছে ইলীচাই সিহঁতক কলে, এয়ে সেইটো বাট নহয়, আৰু এয়ে সেই নগৰো নহয়; তোমালোকে মোৰ পাছে পাছে আহাঁ, তোমালোকে যাক বিচাৰিছা, মই সেই মানুহৰ ওচৰলৈ তোমালোকক লৈ যাওঁ; এই বুলি তেওঁ সিহঁতক চমৰিয়ালৈ লৈ গল। ²⁰ সিহঁতে চমৰিয়া পোৱাৰ পাছে ইলীচাই কলে, হে যিহোৱা, এই লোকবিলাকে দেখিবৰ নিমিত্তে ইহঁতৰ চকু মুকলি কৰা। তাতে যিহোৱাই সিহঁতৰ চকু মুকলি কৰিলত, সিহঁতে দেখিবলৈ পালে; আৰু দেখিলে, যে, আপোনাবিলাক চমৰিয়াৰ মাজত আছে। ²¹ পাছে ইস্ৰায়েলৰ ৰজাই সিহঁতক দেখি ইলীচাক কলে, হে পিতৃ, মই ইহঁতক মাৰিম নে? মাৰিম নে? ²² তাতে ইলীচাই কলে, নেমাৰিবা; তুমি যিবিলাকক তৰোৱাল আৰু ধনুৰে বন্দী কৰি আনা, এনে মানুহবিলাকক জানো তুমি মাৰা? সিহঁতৰ আগত পিঠা

আৰু পানী দিয়া; সিহঁতে ভোজন-পান কৰি আপোনাবিলাকৰ প্ৰভুৰ ওচৰলৈ যাওক। [২৩] তেতিয়া তেওঁ সিহঁতৰ নিমিত্তে বড় ভোজ যুগুত কৰিলে; পাছে সিহঁতে ভোজন-পান কৰি উঠিলত, তেওঁ সিহঁতক বিদায় দিলে; তেতিয়া সিহঁত আপোনাবিলাকৰ প্ৰভুৰ ওচৰলৈ গল। পাছে অৰামীয়া সৈন্যদল ইস্ৰায়েল দেশলৈ আৰু নাহিল।

আকালৰ সময়ত ইলীচাই কোৱা ভাববাণী আৰু তাৰ সিদ্ধি।

[২৪] পাছে অৰামৰ বিন-হদদ ৰজাই আপোনাৰ সকলো সৈন্যসামন্ত গোটাই লৈ যাত্ৰা কৰি চমৰিয়া অৱৰোধ কৰিলে। [২৫] তাতে চমৰিয়াত অতিশয় আকাল হল; সিহঁতে এনেকৈ অৱৰোধ কৰিলে, যে, শেষত এটা গাধৰ মূৰ আশী ৰূপত, আৰু কপৌৰ গু এক কাব জোখৰ চাৰি ভাগৰ এভাগ পাঁচ ৰূপত বেচা হল। [২৬] পাছে ইস্ৰায়েলৰ ৰজা গড়ৰ ওপৰত ফুৰি আছিল; এনে সময়ত এজনী তিৰুতাই ৰিঙিয়াই তেওঁক কলে, হে মোৰ প্ৰভু মহাৰাজ, সহায় কৰোক। [২৭] ৰজাই কলে, সেয়ে নহব, তোমাক যিহোৱাই সহায় কৰোক; ময় কিহেৰে তোমাক সহায় কৰিম? মৰণা মৰা খলাৰ পৰা নে, নাইবা দ্ৰাক্ষাকুণ্ডৰ পৰা? [২৮] ৰজাই তাইক আৰু কলে, তোমাৰ কি হল? তাতে তাই উত্তৰ দি কলে, এই তিৰুতাই মোক কৈছিল, তোৰ পুতেৰক দে, আমি আজি তাক খাওঁ; কাইলৈ মোৰ পোক খামহঁক। [২৯] তাতে আমি মোৰ পোক সিজাই খালোঁহঁক; পাছদিনা যেতিয়া ময় এইক কলোঁ, তোৰ পুতেৰক দে, আমি তাক খাওঁ, তেতিয়া এই আপোন পুতেকক লুকুৱাই ৰাখিলে। [৩০] সেই তিৰুতাৰ এই কথা শুনি ৰজাই আপোনাৰ কাপৰ ফালিলে; (সেই সময়ত তেওঁ গড়ৰ ওপৰত ফুৰি আছিল;) তাতে লোকবিলাকে চাই, বস্ত্ৰৰ তলত তেওঁৰ গাত চট কাপৰ বন্ধা দেখিলে। [৩১] পাছে তেওঁ কলে, আজি যদি চাফটৰ পুতেক ইলীচাৰ মূৰ নকটাকৈ তাৰ কান্ধৰ ওপৰত থাকে, তেন্তে ঈশ্বৰে মোক অমুক আৰু তাতকৈয়ো অধিক দণ্ড দিওক। [৩২] কিন্তু সেই কালত ইলীচা আপোন ঘৰত বহি আছিল, আৰু বৃদ্ধবিলাকো তেওঁৰ লগত বহি আছিল, আৰু ইয়াৰ ভিতৰতে ৰজাই আপোনাৰ ওচৰৰ পৰা এটা মানুহ পঠাই দিছিল। কিন্তু সেই দূত অহাৰ আগেয়ে তেওঁ বৃদ্ধ লোকবিলাকক কলে, সেই নৰ-বধীৰ পুতেকে মোৰ মূৰ নিবলৈ কেনেকৈ দূত পঠাইছে, তাক তোমালোকে দেখিছা নে? এই হেতুকে দেখা, সেই দূত আহিলে দুৱাৰ জপাই তাৰ অহিতে দুৱাৰ হেঁচি ধৰিবা; তাৰ প্ৰভুৰো ভৰিৰ শবদ জানো তাৰ পাছতে নাই? [৩৩] পাছে তেওঁ সিবিলাকে সৈতে কথা হওঁতেই, দেখা, দূত আৰু তাৰ পাছত ৰজা নামি আহি তেওঁৰ ওচৰ পালে; তাতে ৰজাই কলে, দেখা, এই অমঙ্গল যিহোৱাৰ পৰা হল; ময় কিয় আৰু যিহোৱালৈ বাট চাই থাকিম?

৭ তেতিয়া ইলীচাই কলে, তোমালোকে যিহোৱাৰ বাক্য শুনা; যিহোৱাই এই ৰূপে কৈছে, কাইলৈ এনে সময়ত চমৰিয়াৰ দুৱাৰ-মুখত এক চেয়া পৰিমাণ মিহি আটাগুড়ি এক চেকল ৰূপত, আৰু দুই চেয়া পৰিমাণ যব এক চেকল ৰূপত বেচা যাব। [২] তেতিয়া যাৰ হাতত ৰজাই ভৰ দিছিল, সেই সেনাপতিয়ে ঈশ্বৰৰ লোকক উত্তৰ দি কলে, দেখা, যিহোৱাই যদি আকাশত বাট কৰে, তথাপি জানো এনে হব পাৰিব? তেওঁ উত্তৰ কৰি কলে, দেখা, তুমি আপোন চকুৰে তাক দেখিবা, কিন্তু তাৰ অলপকে খাবলৈ নেপাবা।

[৩] সেই কালত নগৰৰ দুৱাৰৰ সোমোৱা ঠাইত চাইটা কুষ্ঠৰোগী মানুহ আছিল; সিহঁতে ইটে সিটে কোৱাকুই কৰিলে, বোলে, আমি নমৰালৈকে ইয়াত কিয় বহি থাকোঁ? [৪] আমি যদি কওঁ, নগৰলৈ সোমাই যাওঁ, তেন্তে নগৰৰ মাজত আকাল আছে, সেই ঠাইত মৰিম; আৰু যদি ইয়াতে বহি থাকোঁ, তেন্তে ইয়াতো মৰিম। এই হেতুকে আহাঁ, আমি অৰামীয়াহঁতৰ ছাউনিলৈকে যাওঁ; সিহঁতে যদি আমাক জীয়াই ৰাখে, তেন্তে জীম, আৰু মাৰে যদি মৰিমেই। [৫] এই বুলি সিহঁতে

অৰামীয়াহঁতৰ ছাউনিলৈ যাবৰ মনেৰে সন্ধ্যা বেলা ওলাই গৈ, যেতিয়া অৰামীয়াহঁতৰ ছাউনিৰ মূৰ পালেগৈ, তেতিয়া সেই ঠাইত কাকো নেদেখিলে। ৬ কিয়নো প্ৰভুৱে অৰামীয়া-বিলাকৰ সৈন্যসামন্তক ৰথৰ শবদ আৰু ঘোঁৰাৰ শবদ, অৰ্থাৎ মহাসৈন্যসমূহৰ শবদ শুনাইছিল; তাতে সিহঁতে ইটে সিটে কোৱাকুই কৰিলে, বোলে, দেখা, আমাক আক্ৰমণ কৰাবলৈ ইস্ৰায়েলৰ ৰজাই হিত্তীয়াহঁতৰ ৰজাবিলাকক আৰু মিচৰীয়াহঁতৰ ৰজাবিলাকক ধন দি আনিছে। ৭ এই কাৰণে সিহঁত সন্ধ্যা বেলা পলাই গল, আৰু সিহঁতে আপোনাবিলাকৰ তাম্বু, ঘোঁৰা, আৰু গাধ, অৰ্থাৎ সিহঁতৰ ছাউনি যেনে আছিল, তেনেই এৰি আপোন আপোন প্ৰাণ-ৰক্ষাৰ অৰ্থে পলাই গল। ৮ পাছে সেই কুষ্ঠৰোগী মানুহ কেইটাই ছাউনিৰ মূৰ পালত, সিহঁতে এটা তাম্বুত সোমাই ভোজন-পান কৰিলে, আৰু তাৰ পৰা সোণ, ৰূপ, আৰু কাপৰ লৈ লুকুৱাই লুকুৱাই থলে; পাছে আকৌ গৈ আন এটা তাম্বুত সোমাই তাৰ পৰাও অনেক বস্তু লৈ লুকুৱাই লুকুৱাই থলে। ৯ তেতিয়া সিহঁতে ইটে সিটে কোৱাকুই কৰিলে, বোলে, আমি ভাল কাৰ্য্য কৰা নাই, আজি শুভবাৰ্ত্তাৰ দিন, কিন্তু আমি মনে মনে আছোঁহঁক; যদি আমি ৰাতিপুৱালৈকে পলম কৰি থাকোঁ, তেন্তে আমি দণ্ড পাম; এই হেতুকে আহাঁ, আমি ৰজাৰ ঘৰত এই সম্বাদ দিওঁগৈ। ১০ এই বুলি সিহঁতে আহি নগৰৰ দুৱৰীবোৰক ৰিঙিয়াই কলে, আমি অৰামীয়াহঁতৰ ছাউনিলৈ গৈছিলোঁ, আৰু দেখা, তাত কোনো মানুহ নাই, আৰু মানুহৰ শবদো নাই; কিন্তু ঘোঁৰা আৰু গাধবোৰ বন্ধা আছে, আৰু তাম্বুবোৰো যেনে আছিল, তেনেই আছে। ১১ পাছে সি দুৱৰীবোৰক মাতি কলত, সিহঁতে ৰাজগৃহৰ ভিতৰত সম্বাদ দিলে। ১২ তাতে ৰজাই ৰাতিতে উঠি আপোন দাসবিলাকক কলে, অৰামীয়া লোকে আমালৈ যি কৰিছে, তাৰ ভাব মই তোমালোকক কওঁ। সিহঁতে জানিছে, যে, আমি ভোকত আতুৰ হৈ আছোঁ; এই কাৰণে সিহঁতে পথাৰত লুকাই থাকিবৰ নিমিত্তে ছাউনিৰ পৰা ওলাই গৈছে; আৰু মনতে কৈছে, সিহঁত যেতিয়া নগৰৰ পৰা ওলাই আহিব, তেতিয়া আমি সিহঁতক জীয়াই জীয়াই ধৰিম, আৰু নগৰৰ ভিতৰত সোমাম। ১৩ পাছে তেওঁৰ দাসবিলাকৰ এজনে উত্তৰ দি কলে, মই বিনয় কৰোঁ, নগৰত অৱশিষ্ট থকা ঘোঁৰাৰ পাঁচোটা লোৱা যাওক, (দেখোক, সিহঁত আৰু নগৰত অৱশিষ্ট থকা ইস্ৰায়েলৰ সকলো লোকসমূহ, এই দুয়ো সমান; দেখোক, সিহঁত আৰু বিনষ্ট হোৱা ইস্ৰায়েলৰ লোকসমূহ এই দুয়ো সমান;) আৰু আমি এবাৰ পঠাই চাওঁহঁক। ১৪ পাছে সিবিলাকে ঘোঁৰাই সৈতে দুখন ৰথ ললে, আৰু সিবিলাকক ৰজাই অৰামীয়া সৈন্যবোৰৰ পাছত পঠাই দি কলে, যোৱা, চাই আহাঁগৈ। ১৫ তাতে সিবিলাকে সিহঁতৰ পাছে পাছে যৰ্দ্দনলৈকে গৈ দেখিলে, যে, অৰামীয়াবিলাকে লৰালৰিৰ কাৰণে পেলাই পেলাই যোৱা কাপৰ আদি বস্তুৰে গোটেই বাট পূৰ হৈ আছে; এতেকে সেই দূতবিলাকে উভটি আহি, ৰজাৰ আগত সম্বাদ দিলে। ১৬ তেতিয়া লোকবিলাকে বাহিৰ ওলাই গৈ, অৰামীয়া-বিলাকৰ ছাউনি লুট কৰিলে; তাতে যিহোৱাৰ বাক্যৰ দৰে, এক চেয়া পৰিমাণ মিহি আটাগুড়ি এক চেকল ৰূপত, আৰু দুই চেয়া পৰিমাণ যৱ ধান এক চেকল ৰূপত বেচা গল। ১৭ ৰজাই যাৰ হাতত ভৰ দিছিল, সেই সেনাপতিক তেওঁ দুৱাৰৰ অধ্যক্ষ পাতিলে; কিন্তু লোকবিলাকে তাক দুৱাৰত গচকিলত, ঈশ্বৰৰ লোকৰ ওচৰলৈ ৰজা নামি যোৱা কালত, ঈশ্বৰৰ লোকে যি কৈছিল, সেই দৰে সি মৰিল। ১৮ অৰ্থাৎ কাইলৈ এনে সময়ত চমৰিয়াৰ দুৱাৰ-মুখত দুই চেয়া যৱ ধান এক চেকলত, আৰু এক চেয়া মিহি আটাগুড়ি এক চেকলত বেচা যাব, ১৯ এই কথা ঈশ্বৰৰ লোকে ৰজাৰ আগত কলত, সেই সেনাপতিয়ে ঈশ্বৰৰ লোকক উত্তৰ কৰিছিল, দেখা, যদি যিহোৱাই আকাশত বাট কৰে, তথাপি জানো এনে হব পাৰিব? তেতিয়া তেওঁ কৈছিল, দেখা, তুমি আপোন চকুৰে তাক দেখিবা, কিন্তু তাৰ অলপকে খাবলৈ নেপাবা। ২০ তাতে

তাৰ সেই দশা ঘটিল; কিয়নো লোকবিলাকে তাক দুৱাৰত ভৰিৰে গচকিলত, সি মৰিল।

ইলীচাই চুনেমীয়ানীক সহায় কৰা। হজায়েলৰ বিষয়ে তেওঁৰ ভাববাণী। যোৰাম আৰু অহজিয়াৰ ৰাজত্ব।

**৮** আগেয়ে ইলীচাই যাৰ পুতেকক পুনৰায় জীয়াইছিল, তেওঁ সেই তিৰুতাক এদিন কৈছিল, বোলে, তুমি উঠি তোমাৰ ঘৰৰ পৰিয়ালে সৈতে, যি ঠাইত প্ৰবাস কৰিব পাৰা, সেই ঠাইলৈকে গৈ প্ৰবাস কৰা; কিয়নো যিহোৱাই আকাল মাতিছে, আৰু সেয়ে আহি সাত বছৰলৈকে দেশখনত থাকিব। [২] তাতে সেই তিৰুতাই উঠি ঈশ্বৰৰ লোকৰ বাক্য অনুসাৰে কৰিছিল; তাই আপোনাৰ ঘৰৰ পৰিয়ালে সৈতে গৈ পলেষ্টীয়াবিলাকৰ দেশত সাত বছৰ প্ৰবাস কৰিছিল। [৩] পাছে সেই সাত বছৰৰ মূৰত সেই তিৰুতাই পলেষ্টীয়াবিলাকৰ দেশৰ পৰা উভটি আহি, আপোন ঘৰ আৰু মাটিৰ নিমিত্তে ৰজাৰ আগত নিবেদন কৰিবলৈ ওলাই গল। [৪] সেই সময়ত ৰজাই ঈশ্বৰৰ লোকৰ দাস গেহজীৰ লগত কথাবাৰ্ত্তা হওঁতে কলে, ইলীচাই কৰা সকলো মহৎ কৰ্ম্মৰ কথা মোক কোৱাছোন। [৫] তাতে সি, ইলীচাই কেনেকৈ মৰা লৰাটীক জীয়ালে, তাক ৰজাৰ আগত কওঁতেই, দেখা, যি জনী তিৰুতাৰ পুতেকক তেওঁ পুনৰায় জীয়াইছিল, সেই তিৰুতায়েই আপোন ঘৰ আৰু মাটিৰ নিমিত্তে ৰজাৰ আগত নিবেদন কৰিবলৈ ধৰিলে। তাতে গেহজীয়ে কলে, হে মোৰ প্ৰভু মহাৰাজ, এই জনীয়েই সেই তিৰুতা, আৰু ইলীচাই পুনৰায় জীউৱা লৰা এইটীয়েই। [৬] তেতিয়া, ৰজাই তাইক সুধিলত, তাই তেওঁৰ আগত সকলো কথা কলে। তাতে ৰজাই এজন ৰাজ-নপুংসকক তাইৰ কাৰ্য্যৰ ভাৰ দি কলে, তাইৰ যি যি আছিল, আৰু তাই দেশ এৰি যোৱা কালৰে পৰা এতিয়ালৈকে মাটিত যি যি ফল উৎপন্ন হৈছিল, সেই আটাইবোৰকে এই তিৰুতাক ওভোটাই দিওৱাগৈ।

[৭] এক সময়ত ইলীচা দম্মেচকলৈ আহিল; তেতিয়া অৰামৰ বিন-হদদ ৰজাৰ নৰীয়া আছিল। পাছে ঈশ্বৰৰ লোক এই ঠাইলৈ আহিছে, এই বুলি কোনোৱে তেওঁৰ আগত কলত, [৮] ৰজাই হজায়েলক কলে, তুমি হাতত এটী উপহাৰ লৈ ঈশ্বৰৰ লোকৰ সাক্ষাৎ হবলৈ যোৱা; আৰু এই নৰীয়াত ময় জীম নে নিজীম, তাকে তেওঁৰ দ্বাৰায় যিহোৱাক সোধাবা। [৯] তাতে হজায়েল তেওঁৰ সাক্ষাৎ হবলৈ আহিল: তেওঁ উপহাৰৰ অৰ্থে, দম্মেচকৰ সকলো উত্তম বস্তুৰে চল্লিশটা উট বোজাই দি আপোনাৰ লগত লৈ আহি; তেওঁৰ আগত থিয় হৈ কলে, আপোনাৰ পুত্ৰ অৰামৰ ৰজা বিন-হদদে আপোনাৰ ওচৰলৈ মোক পঠাই এই কথা সোধাইছে, বোলে, ময় এই নৰীয়াত জীম নে? [১০] তাতে ইলীচাই তেওঁক কলে, তুমি গৈ তেওঁক কোৱা, অৱশ্যে জীব পাৰিবা; তথাপি যিহোৱাই মোক জনালে, যে, তেওঁ অৱশ্যে মৰিব। [১১] পাছে তেওঁৰ মুখ বিবৰ্ণ হোৱালৈকে, তেওঁৰ মুখলৈ ইলীচাই একেঠৰে চাই থাকিল; পাছত ঈশ্বৰৰ লোকে ক্ৰন্দন কৰিবলৈ ধৰিলে। [১২] তাতে হজায়েলে সুধিলে, মোৰ প্ৰভুৱে কিয় ক্ৰন্দন কৰিছে? তেওঁ উত্তৰ দি কলে, কাৰণ এই, তুমি ইস্ৰায়েলৰ সন্তানবিলাকক যি ৰূপ দুৰ্গতি কৰিবা, তাক ময় জানিছোঁ; তুমি সিবিলাকৰ দুৰ্গবোৰ জুই দি পুৰিবা, সিবিলাকৰ ডেকা লোকক তৰোৱালেৰে বধ কৰিবা, সিবিলাকৰ শিশুবিলাকক মাটিত আচাৰিবা, আৰু সিবিলাকৰ গৰ্ভৱতী তিৰুতাবিলাকৰ পেট ফালিবা। [১৩] তাতে হজায়েলে কলে, কেৱল কুকুৰ তুল্য আপোনাৰ এই দাস কোন, যে, এনে মহৎ কৰ্ম্ম কৰিব? পাছে ইলীচাই কলে, তুমি অৰামৰ ওপৰত ৰজা হবা, এই কথা যিহোৱাই মোক জনালে। [১৪] পাছে তেওঁ ইলীচাৰ ওচৰৰ পৰা প্ৰস্থান কৰি আপোন প্ৰভুৰ ওচৰলৈ গল; তেতিয়া ৰজাই তেওঁক সুধিলে, ইলীচাই তোমাক কি কলে? তেওঁ উত্তৰ দি কলে, তেওঁ মোক কলে, আপুনি অৱশ্যে জীব। [১৫] কিন্তু তাৰ পাছদিনা হজায়েলে কম্বলখন পানীত জুবুৰিয়াই তেওঁৰ মুখৰ ওপৰত মেলি দিলত, তেওঁ মৰিল; আৰু হজায়েল তেওঁৰ পদত ৰজা হল।

[১৬] আহাবৰ পুত্ৰ ইস্ৰায়েলৰ ৰজা যোৰামৰ ৰাজত্বৰ পঞ্চম বছৰত, যিহোচাফট যিহুদাৰ ৰজা হৈ থাকোঁতে, যিহুদাৰ ৰজা যিহোচাফটৰ পুত্ৰ যিহোৰামে ৰাজত্ব কৰিবলৈ ধৰিলে। [১৭] তেওঁ বত্ৰিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত আঠ বছৰ ৰাজত্ব কৰিলে। [১৮] তেওঁ আহাবৰ জীয়েকক বিবাহ কৰিছিল, এই কাৰণে তেওঁ আহাবৰ বংশৰ নিচিনাকৈ ইস্ৰায়েলৰ ৰজাবিলাকৰ পথত চলিলে; আৰু যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে। [১৯] তথাপি, দায়ূদৰ সন্তানবিলাকৰ নিমিত্তে, চিৰকাললৈকে তেওঁক এক প্ৰদীপ দিম বুলি যিহোৱাই প্ৰতিজ্ঞা কৰা হেতুকে, আপোন দাস দায়ূদৰ কাৰণে যিহুদাক বিনষ্ট কৰিবলৈ তেওঁৰ ইচ্ছা নাছিল। [২০] তেওঁৰ ৰাজত্বৰ সময়ত ইদোমীয়া লোকবিলাকে যিহুদাৰ অধীনতা অস্বীকাৰ কৰি আপোনাবিলাকৰ ওপৰত এজন ৰজা পাতি ললে। [২১] এই হেতুকে যোৰামে আপোনাৰ সকলো ৰথ লগত লৈ চায়ীৰলৈ যাত্ৰা কৰিলে; আৰু তেওঁ ৰাতিয়েই উঠি আপোনাক বেৰি ধৰা ইদোমীয়াবিলাকক, আৰু সিহঁতৰ ৰথৰ অধ্যক্ষবিলাকক প্ৰহাৰ কৰিলে; তাতে লোকবিলাক আপোন আপোন তাম্বুলৈ পলাই গল। [২২] এই ৰূপে ইদোমীয়া লোকবিলাকে আজিলৈকে যিহুদাৰ অধীনতা অস্বীকাৰ কৰি থাকিল। সেই একে সময়তে লিব্‌নায়ো বিদ্ৰোহ-আচৰণ কৰিলে। [২৩] যোৰামৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ কথা জানো যিহুদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই? [২৪] পাছে যোৰাম আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হল, আৰু দায়ূদৰ নগৰত আপোন ওপৰ-পিতৃবিলাকৰ লগত তেওঁক মৈদাম দিয়া হল; আৰু তেওঁৰ পুত্ৰ অহজিয়া তেওঁৰ পদত ৰজা হল।

[২৫] ইস্ৰায়েলৰ আহাব ৰজাৰ পুত্ৰ যোৰামৰ ৰাজত্বৰ দ্বাদশ বছৰত, যিহুদাৰ ৰজা যিহোৰামৰ পুত্ৰ অহজিয়াই ৰাজত্ব কৰিবলৈ ধৰিলে। [২৬] অহজিয়াই বাইশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত এবছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ নাম অথলিয়া, তেওঁ ইস্ৰায়েলৰ অম্ৰী ৰজাৰ নাতিনীয়েক। [২৭] অহজিয়াই আহাবৰ বংশৰ পথত চলিলে; আহাবৰ বংশৰ নিচিনাকৈ তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; কিয়নো তেওঁ আহাবৰ বংশৰ জোঁৱায়েক আছিল। [২৮] পাছে তেওঁ আহাবৰ পুত্ৰ যোৰামে সৈতে, ৰামোৎ-গিলিয়দত অৰামৰ ৰজা হজায়েলৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ গল; তাতে অৰামীয়াহঁতে যোৰামক খুন কৰিলে। [২৯] এই হেতুকে, যোৰাম ৰজাই অৰামৰ ৰজা হজায়েলে সৈতে যুদ্ধ কৰা সময়ত, অৰামীয়াহঁতে ৰামাত তেওঁৰ যিবোৰ ঘা লগাইছিল, সেইবোৰৰ পৰা যিজ্ৰিয়েলত সুস্থ হবলৈ তেওঁ উলটি আহিল। পাছে আহাবৰ পুত্ৰ যোৰাম নৰীয়া পৰা দেখি, যিহুদাৰ ৰজা যিহোৰামৰ পুত্ৰ অহজিয়াই তেওঁক চাবলৈ যিজ্ৰিয়েললৈ নামি গল।

যেহূক ৰজা অভিষেক কৰা। যোৰাম, অহজিয়া, আৰু ঈজেবলক তেওঁ বধ কৰা।

৯ তেতিয়া ইলীচা ভাববাদীয়ে এজন শিষ্য-ভাববাদীক মাতি কলে, তুমি কঁকাল বান্ধি এই তেলৰ কুপাটী হাতত লৈ ৰামোৎ-গিলিয়দলৈ যোৱা। [২] সেই ঠাই পালে নিম্‌চীৰ নাতি যিহোচাফটৰ পুত্ৰ যেহূক বিচাৰিবা; আৰু ভিতৰলৈ গৈ তাৰ ভাইবিলাকৰ মাজৰ পৰা তাক আঁতৰাই ভিতৰ-খোঁটালীলৈ লৈ যাবা। [৩] পাছে এই তেলৰ কুপাটী লৈ তাৰ মূৰত ঢালি দি কবা, যিহোৱাই এই কথা কৈছে, ময় তোমাক ইস্ৰায়েলৰ ওপৰত ৰজা অভিষেক কৰিলোঁ, এই বুলি দুৱাৰ মেলি পলাবা, পলম নকৰিবা। [৪] তেতিয়া সেই ডেকা ভাববাদী ৰামোৎ-গিলিয়দলৈ গল। [৫] সি সেই ঠাই পাই সেনাপতিবিলাকক বহি থকা দেখি কলে, হেৰা সেনাপতি, আপোনাৰ লগত মোৰ কিছু কথা আছে; তাতে যেহূৱে সুধিলে, আমাৰ আটাইৰে মাজৰ কাৰ লগত আছে? সি কলে, হে সেনাপতি, আপোনাৰ লগত। [৬] তেতিয়া, যেহূ উঠি ঘৰৰ ভিতৰলৈ গলত, সি তেওঁৰ মূৰত তেল ঢালি দি কলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, ময় যিহোৱাৰ প্ৰজা ইস্ৰায়েলৰ ওপৰত তোমাক ৰজা অভিষেক কৰিলোঁ। [৭] ঈজেবলৰ হাতৰ পৰা মোৰ দাস ভাববাদীবিলাকৰ ৰক্তপাতৰ, আৰু যিহোৱাৰ সকলো দাসবিলাকৰ ৰক্তপাতৰ প্ৰতিশোধ যেন ময় লম, এই নিমিত্তে তুমি আপোন

প্ৰভু আহাবৰ বংশ উচ্ছন্ন কৰিবা। ৮ কিয়নো আহাবৰ গোটেই বংশ বিনষ্ট কৰা হব; আৰু মই আহাবৰ সম্বন্ধীয়া প্ৰতিজন পুৰুষক, আৰু ইস্ৰায়েলৰ মাজত বদ্ধ আৰু মুক্ত হোৱা সকলোকে উচ্ছন্ন কৰিম। ৯ মই আহাবৰ বংশক নবাটৰ পুতেক যাৰবিয়ামৰ বংশৰ নিচিনা, আৰু অহিয়াৰ পুতেক বাচাৰ বংশৰ নিচিনা কৰিম। ১০ তাতে ঈজেবলক কুকুৰবোৰে যিজ্ৰিয়েলৰ মাটিডোখৰত খাব, আৰু তাইক পুতিবলৈ কোনো নহব। এই বুলি সি দুৱাৰ মেলি পলাল। ১১ তেতিয়া যেহু আপোন প্ৰভুৰ দাসবিলাকৰ ওচৰলৈ ওলাই আহিলত, এজনে তেওঁক সুধিলে, সকলো কুশল নে? সেই বলীয়াটো তোমাৰ ওচৰলৈ কিয় আহিছিল? তাতে তেওঁ সিবিলাকক কলে, তোমালোকে সেই মানুহক, আৰু সি কোৱা কথা জানা। ১২ সিবিলাকে কলে, এয়ে মিছা কথা; আমাক সঁচাকৈ কোৱা। তাতে তেওঁ কলে, সেই মানুহে মোক এনে তেনে কথা কলে, বিশেষকৈ কলে, যিহোৱাই এই কথা কৈছে, মই তোমাক ইস্ৰায়েলৰ ওপৰত ৰজা অভিষেক কৰিলোঁ। ১৩ তেতিয়া সিবিলাকে লৰালৰি কৰি, প্ৰতিজনে আপোন আপোন ওপৰৰ কাপৰ গুচাই গুদা খট্‌খটিৰ ওপৰত তেওঁৰ তলত পাৰি দিলে, আৰু শিঙ্গা বজাই কলে, যেহু ৰজা হল। ১৪ এই ৰূপে নিম্চীৰ নাতি যিহোচাফটৰ পুত্ৰ যেহুৱে যোৰামৰ বিৰুদ্ধে চক্ৰান্ত কৰিলে। (সেই কালত যোৰাম আৰু গোটেই ইস্ৰায়েলে অৰামৰ ৰজা হজায়েলৰ পৰা ৰামোৎ-গিলিয়দ ৰক্ষা কৰি আছিল; ১৫ কিন্তু যোৰাম ৰজাই অৰামীয়া ৰজা হজায়েলে সৈতে যুদ্ধ কৰা সময়ত অৰামীয়া লোকে তেওঁৰ যিবোৰ ঘা লগাইছিল, সেইবোৰৰ পৰা যিজ্ৰিয়েলত সুস্থ হবলৈ তেওঁ উলটি আহিছিল।) পাছে যেহুৱে কলে, যদি তোমালোকৰ এনে ইচ্ছা হয়, তেন্তে যিজ্ৰিয়েলত বাৰ্ত্তা দিবলৈ, এই নগৰৰ পৰা কাকো পলাই ওলাই যাব নিদিবা। ১৬ তেতিয়া যেহু ৰথত উঠি যিজ্ৰিয়েললৈ গল; কিয়নো সেই ঠাইত যোৰাম শয্যাত পড়ি আছিল। আৰু যিহুদাৰ অহজিয়া ৰজায়ো যোৰামক চাবৰ নিমিত্তে তালৈ নামি গৈ তাত আছিল। ১৭ সেই সময়ত যিজ্ৰিয়েলৰ ওখ দুৰ্গৰ ওপৰত এটা পৰীয়া থিয় হৈ আছিল; পাছে যেহু যাওঁতে, সি তেওঁৰ মানুহদলক দেখি কলে, মই এদল মানুহ দেখিছোঁ। তাতে যোৰামে কলে, সিবিলাকৰ সাক্ষাৎ হৈ মঙ্গল সুধিবলৈ এজন অশ্বাৰোহীক পঠাই দিয়া। ১৮ তেতিয়া এজন অশ্বাৰোহীয়ে তেওঁৰ সাক্ষাৎ হবলৈ গৈ কলে, ৰজাই এই কথা কৈছে, মঙ্গল নে? তাতে যেহুৱে কলে, মঙ্গলত তোৰ কি কাম? মোৰ পাছলৈ যা। পাছে পৰীয়াই বাৰ্ত্তা দি কলে, সেই দূত সিবিলাকৰ ওচৰলৈ গল, কিন্তু উলটি অহা নাই। ১৯ তাতে ৰজাই দ্বিতীয় অশ্বাৰোহীক পঠালে; সি সিবিলাকৰ ওচৰ পাই কলে, ৰজাই এই কথা কৈছে, মঙ্গল নে? তাতে যেহুৱে কলে, মঙ্গলত তোৰ কি কাম? মোৰ পাছলৈ যা। ২০ পাছে পৰীয়াই বাৰ্ত্তা দি কলে, সেই মানুহো সিবিলাকৰ ওচৰলৈ গল, কিন্তু উলটি অহা নাই; আৰু ৰথ চলোৱা হলে, নিম্চীৰ নাতিয়েক যেহুৱে চলোৱাৰ দৰে দেখিছোঁ; কিয়নো তেওঁ বলীয়াৰ দৰে চলায়। তেতিয়া যোৰামে কলে, ৰথ যুগুত কৰা। ২১ তাতে তেওঁৰ ৰথ যুগুত কৰা হলত, ইস্ৰায়েলৰ যোৰাম ৰজা আৰু যিহুদাৰ অহজিয়া ৰজা, ইবিলাক প্ৰতিজনে আপোন আপোন ৰথত উঠি, যেহুক লগ পাবলৈ ওলাই গল, আৰু যিজ্ৰিয়েলীয়া নাবোটৰ মাটি-ডোখৰত তেওঁক লগ পালে। ২২ যোৰামে যেহুক দেখামাত্ৰে কলে, হে যেহু, মঙ্গল নে? তাতে যেহুৱে কলে, তোমাৰ মাৰা ঈজেবলৰ ইমান ব্যভিচাৰ আৰু মায়াকৰ্ম্ম থাকেমানে, মঙ্গল ক'ত? ২৩ তাতে যোৰামে আপোনাৰ হাত ঘূৰাই পলাল, আৰু অহজিয়াক কলে, হে অহজিয়া, বিশ্বাস-ঘাতকতা! ২৪ পাছে যেহুৱে আপোনাৰ গোটেই বলেৰে ধনুৰ জোঁৰ টানি, যোৰামৰ দুই বাহুৰ গুৰিত এনেকৈ মাৰিলে, যে, কাঁড়ডাল তেওঁৰ কলাডিল সৰকি বাহিৰ ওলাল; তাতে তেওঁ কুঁজা হৈ আপোন ৰথত পড়িল। ২৫ তেতিয়া যেহুৱে বিদ্‌কৰ নামেৰে আপোন সেনাপতিক কলে, তাক তুলি যিজ্ৰিয়েলীয়া নাবোটৰ মাটি-ডোখৰত পেলাই দিয়া; কিয়নো মন কৰি দেখা, যেতিয়া তুমিয়ে মইয়ে ওচৰাওচৰিকৈ ঘোঁৰাত উঠি তাৰ বাপেক আহাবৰ পাছত গৈছিলোঁ, তেতিয়াই যিহোৱাই তাৰ বিষয়ে এই ভাববাণী উল্লেখ কৰিছিল, যে, ২৬ যিহোৱাই কৈছে, মই স্বৰূপেই কালি নাবোটৰ আৰু তাৰ পুতেকহঁতৰ

তেজ দেখিলোঁ ; আৰু যিহোৱাই কৈছে, মই এই মাটিডোখৰত তোক প্ৰতিফল দিম। এই হেতুকে তাক তুমি যিহোৱাৰ বাক্যৰ দৰে এই মাটিডোখৰতে পেলাই দিয়া। [২৭] তেতিয়া যিহূদাৰ অহজিয়া ৰজাই তাকে দেখি উদ্যানৰ ঘৰৰ বাটেদি পলাল। কিন্তু যেহূৱে তেওঁৰ পাছে পাছে খেদি গৈ কলে, তাকো ৰথৰ ভিতৰতে আঘাত কৰা ; তেতিয়া সিবিলাকে যিব্লিয়ামৰ ওচৰৰ গূৰলৈ উঠি যোৱা বাটত তেওঁক আঘাত কৰিলে। তাতে তেওঁ মগিদ্দোলৈ পলাই গৈ তাত মৰিল। [২৮] পাছে তেওঁৰ দাসবিলাকে তেওঁক ৰথত তুলি যিৰূচালেমলৈ লৈ গৈ, দায়ূদৰ নগৰত তেওঁৰ ওপৰ-পিতৃবিলাকৰ লগত তেওঁৰ আপোন মৈদামতে তেওঁক মৈদাম দিলে।

[২৯] আহাবৰ পুত্ৰ যোৰামৰ ৰাজত্বৰ একাদশ বছৰত অহজিয়া যিহূদাৰ ওপৰত ৰজা হল।

[৩০] পাছে যেহূ যিজ্ৰিয়েলত উপস্থিত হলত, ঈজেবলে তাৰ বাৰ্ত্তা পাই আপোন চকুত কাজল লগাই মূৰ শোভিত কৰি খিলিকি দুৱাৰেদি চাই পঠালে। [৩১] আৰু যেহূ দুৱাৰত সোমালত, তাই কলে, হেৰ জিম্ৰী, হেৰ আপোন প্ৰভুক বধ কৰাটো, মঙ্গল নে? [৩২] তেতিয়া যেহূৱে মূৰ দাঙি খিলিকি দুৱাৰলৈ চাই কলে, মোৰ ফলীয়া কোন? কোন? [৩৩] তাতে দুজন কি তিনি জন নপুংসকে মুখ দেখুৱালত, যেহূৱে আজ্ঞা কৰিলে, তাইক তললৈ পেলাই দে। তেতিয়া সিহঁতে তাইক তললৈ পেলাই দিলে ; তাতে তাইৰ কিছু তেজ দেৱালত আৰু ঘোৰাবোৰৰ গাত ছিটিকি পৰিল ; আৰু তেওঁ তাইক গচকালে। [৩৪] পাছে তেওঁ গৃহৰ ভিতৰলৈ গৈ ভোজন-পান কৰিলে ; আৰু তেওঁ কলে, তোমালোকে গৈ সেই শাও পোৱা তিৰুতা জনীক চোৱাগৈ, আৰু তাইক মৈদাম দিয়াগৈ ; কিয়নো তাই ৰজাৰ জীয়েক। [৩৫] তাতে লোকবিলাকে তাইক মৈদাম দিবলৈ গল, কিন্তু তাইৰ মূৰৰ লাউখোলা, ভৰি, আৰু হাতৰ তলুৱাত বাজে একোকে নেপালে। [৩৬] এই কাৰণে সিবিলাকে উভটি আহি তেওঁক বাৰ্ত্তা দিলে ; তাতে তেওঁ কলে, এয়ে যিহোৱাৰ বাক্য অনুসাৰে হল ; তেওঁ আপোন দাস তিচ্‌বীয়া এলিয়াৰ দ্বাৰায় কৈছিল, বোলে, যিজ্ৰিয়েলৰ মাটিডোখৰত কুকুৰবোৰে ঈজেবলৰ মঙহ খাব ; [৩৭] আৰু পথাৰত যিজ্ৰিয়েলৰ মাটিডোখৰত ঈজেবলৰ শৱ সাৰৰ দৰে পৰি থাকিব, তাতে এয়ে ঈজেবল বুলি লোকবিলাকে আৰু নকব।

আহাবৰ বংশ আৰু বালৰ ভাববাদীবিলাকৰ বিনাশ। যেহূৰ ৰাজত্ব আৰু মৃত্যু।

**১০** চমৰিয়াত আহাবৰ সত্তৰ জন পুতেক আছিল ; এই হেতুকে যেহূৱে চমৰিয়ালৈ যিজ্ৰিয়েলৰ অধ্যক্ষ বৃদ্ধ লোকবিলাকলৈ, আৰু আহাবৰ পুতেকবিলাকক ডাঙৰ-দীঘল কৰা লোকবিলাকলৈ এই ৰূপে লিখি পঠালে, বোলে, [২] তোমালোকৰ প্ৰভুৰ পুতেকবিলাক তোমালোকৰ লগত আছে, আৰু ৰথ, ঘোঁৰাবোৰ, গড়েৰে আবৃত এখন নগৰ, আৰু অস্ত্ৰ-শস্ত্ৰবোৰ তোমালোকৰ হাতত আছে ; [৩] এই হেতুকে এই পত্ৰ তোমালোকৰ ওচৰ পোৱামাত্ৰকে, তোমালোকৰ প্ৰভুৰ পুতেকবিলাকৰ মাজত কোন জন উত্তম আৰু সৰল, তাক নিশ্চয় কৰি তাৰ পিতৃৰ সিংহাসনত তাক বহুউৱা ; আৰু আপোন প্ৰভুৰ বংশৰ নিমিত্তে যুদ্ধ কৰা। [৪] কিন্তু সিবিলাকে অতিশয় ভয় পাই কলে, দেখা, দুজন ৰজাই তেওঁৰ আগত থিয় হব নোৱাৰিলে ; তেন্তে আমি কেনেকৈ থিয় হব পাৰিম? [৫] এই হেতুকে ঘৰগিৰি, নগৰৰ অধ্যক্ষ, বৃদ্ধবিলাক, আৰু আহাবৰ পুতেকবিলাকক ডাঙৰ-দীঘল কৰাবিলাকে যেহূলৈ এই কথা কৈ পঠালে, বোলে, আমি আপোনাৰ দাস, আপুনি আমাক যি যি কৰিব দিয়ে, আমি সেই সকলোকে কৰিম, আমি কাকো ৰজা নেপাতোঁ : আপোনাৰ দৃষ্টিত যি ভাল, আপুনি তাকেই কৰোক। [৬] তেতিয়া তেওঁ সিবিলাকলৈ দ্বিতীয়বাৰ পত্ৰ লিখিলে, বোলে, তোমালোকে যদি মোৰ ফলীয়া হোৱা, আৰু মোৰ কথা শুনা, তেন্তে তোমালোকৰ প্ৰভুৰ পুতেক সেই মানুহবিলাকৰ মূৰবোৰ লৈ, কাইলৈ ইমান পৰত মোৰ ওচৰলৈ যিজ্ৰিয়েললৈ আহিবা। সেই সত্তৰ জন ৰাজকোঁৱৰ আপোনাবিলাকক ডাঙৰ-দীঘল কৰা নগৰৰ বড় লোকবিলাকৰ লগত থাকোঁতে, [৭] সেই বড় লোকবিলাকে পত্ৰখন পোৱামাত্ৰকে, সেই ৰাজকোঁৱৰবিলাকক অৰ্থাৎ সত্তৰ জনক বধ কৰি সিহঁতৰ মূৰ পাচিত ভৰাই তেওঁৰ ওচৰলৈ যিজ্ৰিয়েললৈ পঠাই দিলে।

[৮] পাছে এজন দূতে গৈ তেওঁক বাৰ্ত্তা দিলে, বোলে, ৰাজকোঁৱৰবিলাকৰ মূৰ অনা হল ; তাতে তেওঁ কলে, দুৱাৰৰ সোমোৱা ঠাইত দুদ'ম কৰি, তাক ৰাতিপুৱালৈকে ৰাখা। [৯] পাছে ৰাতিপুৱা তেওঁ বাহিৰলৈ ওলাই আহি থিয় হৈ সকলো প্ৰজাৰ আগত কলে, তোমালোক ধাৰ্ম্মিক ; দেখা, মই আপোন প্ৰভুৰ অহিতে চক্ৰান্ত কৰি তেওঁক বধ কৰিলোঁ ; কিন্তু এই আটাইবিলাকক কোনে বধ কৰিলে ? [১০] ইয়াতে তোমালোকে জানিব পাৰা, যে, যিহোৱাই আহাবৰ বংশৰ অহিতে যি যি কৈছিল, সেইবোৰৰ মাজৰ কোনো এটী কথাও বিথলে নেযাব ; কিয়নো যিহোৱাই আপোন দাস এলিয়াৰ মুখে যি যি কৈছিল, সেইবোৰ তেওঁ সিদ্ধ কৰিলে। [১১] পাছে যেহূৱে যিজ্ৰিয়েলত থকা আহাবৰ বংশৰ আটাই অৱশিষ্ট লোক, অৰ্থাৎ তেওঁৰ আটাই প্ৰধান লোকবিলাকক, তেওঁৰ প্ৰণয়ৰ কুটুম্ববিলাকক, আৰু তেওঁৰ পুৰোহিতবিলাকক বধ কৰিলে, তেওঁৰ সম্বন্ধীয়া কাকো অৱশিষ্ট নেৰাখিলে। [১২] পাছে তেওঁ উঠি প্ৰস্থান কৰি চমৰিয়ালৈ যাত্ৰা কৰিলে। বাটত মেৰ-ৰখীয়াৰ নোম কটা ঘৰৰ ওচৰ পালত, [১৩] যিহূদাৰ ৰজা অহজিয়াৰ ভায়েকবিলাকৰ লগত যেহূৰ সাক্ষাৎ হল ; তাতে তেওঁ সুধিলে, তোমালোক কোন ? সিবিলাকে কলে, আমি অহজিয়াৰ ভাই ; আমি ৰজাৰ আৰু ৰাজমাওৰ সন্তানবিলাকক মঙ্গলবাদ কৰিবলৈ আহিছোঁ। [১৪] তেতিয়া তেওঁ কলে, ইহঁতক জীয়াই ধৰা। তাতে লোকবিলাকে সিবিলাকক জীয়াই ধৰি, নোম কটা ঘৰৰ পুখুৰিৰ ওচৰত সিবিলাকক অৰ্থাৎ ব্যাল্লিশ জনক বধ কৰিলে ; তেওঁ সিবিলাকৰ কাকো অৱশিষ্ট নেৰাখিলে।

[১৫] পাছে তেওঁ তাৰ পৰা গৈ, আপোনাৰ সন্মুখলৈ অহা ৰেখবৰ পুত্ৰ যিহোনাদবক লগ পাই তেওঁক মঙ্গলবাদ কৰি কলে, তোমালৈ মোৰ মন যেনে সৰল, তোমাৰ মনো তেনে সৰল নে ? যিহোনাদবে উত্তৰ কৰি কলে, হয়, সৰল। যদি হয়, তেন্তে মোক হাত দিয়া, তাতে তেওঁ হাত দিলত, যেহূৱে তেওঁক আপোন ৰথত তুলি ললে। [১৬] তেওঁ আৰু কলে, মোৰ লগত আহাঁ ; যিহোৱাৰ নিমিত্তে মোৰ যি উদ্যোগ, তাক দেখাহি। এই ৰূপে সিবিলাকে তেওঁক ৰথত লৈ গল। [১৭] পাছে তেওঁ চমৰিয়া পাই, চমৰিয়াত থকা আহাবৰ সম্বন্ধীয়া আটাই অৱশিষ্ট লোকক বধ কৰিলে ; এলিয়াৰ আগত কোৱা যিহোৱাৰ বাক্য অনুসাৰে তেওঁ সিহঁতক নিঃশেষে সংহাৰ কৰিলে। [১৮] পাছে যেহূৱে সকলো লোকক গোটাই কলে, আহাবে বালক অলপ পূজা কৰিলে ; কিন্তু যেহূৱে তেওঁক অধিককৈ পূজা কৰিব। [১৯] এই হেতুকে বালৰ সকলো ভাববাদীবিলাকক, তেওঁৰ আটাই সেৱকবিলাকক, আৰু তেওঁৰ আটাই পুৰোহিতবিলাকক মোৰ ওচৰলৈ মাতি আনা, কোনো নহাকৈ নেথাকোক ; কিয়নো বালৰ উদ্দেশে মই মহাযজ্ঞ কৰিব লাগিব ; যি কোনো নহাকৈ থাকিব, সি জীয়াই নেথাকিব। কিন্তু যেহূৱে বালৰ সেৱকবিলাকক সংহাৰ কৰিবৰ আশয়েৰে এনে ছল কৰিলে। [২০] পাছে যেহূৱে আজ্ঞা কৰিলে, বোলে, তোমালোকে বালৰ উদ্দেশে পৰ্ব্ব নিৰূপণ কৰা ; তাতে সিবিলাকে ঘোষণা কৰিলে। [২১] তেতিয়া যেহূৱে ইস্ৰায়েলৰ সকলো ফালে মানুহ পঠালত, বালৰ সকলো সেৱকবিলাক এনেকৈ আহিল, যে, নহাকৈ কোনো নেথাকিল। পাছে সিহঁত বালৰ গৃহত সোমালত, বালৰ গৃহ ইমূৰৰ পৰা সিমূৰলৈকে ভৰি পৰিল। [২২] আৰু তেওঁ কাপৰ-ভঁৰালীক কলে, বালৰ সকলো সেৱকৰ নিমিত্তে কাপৰ উলিয়াই আনা ; তাতে সি সিহঁতৰ নিমিত্তে কাপৰ উলিয়াই আনিলে। [২৩] পাছে যেহূৱে আৰু ৰেখবৰ পুত্ৰ যিহোনাদবে বালৰ গৃহত সোমাই বালৰ সেৱকবিলাকক কলে, ইয়াত তোমালোকৰ লগত যিহোৱাৰ কোনো দাস যেন নেথাকে, অকল বালৰহে সেৱক থাকে, ইয়াক বিচাৰি চোৱাহঁক। [২৪] আৰু সিহঁতে বলিদান ও হোম দিবলৈ ভিতৰলৈ সোমাই গল। ইপিনে যেহূৱে আশী জন লোকক বাহিৰত ৰাখি কৈছিল, সেই যি লোকবিলাকক মই তোমালোকৰ হাতত পেলাই দিছোঁ, সিহঁতৰ মাজৰ এজনেই যদি পলাই সাৰে, তেন্তে সেই জনৰ প্ৰাণৰ সলনি, যি জনে তাক এৰি দিব, তাৰ প্ৰাণ যাব। [২৫] পাছে হোম-বলি উৎসৰ্গ কৰি এঁটালত, যেহূৱে ৰথীয়া-সেনা আৰু সেনাপতিবিলাকক আজ্ঞা দিলে, বোলে, ভিতৰলৈ গৈ সিহঁতক বধ কৰা, এটাকো বাহিৰলৈ আহিব

নিদিবা। তেতিয়া সিবিলাকে তৰোৱালৰ ধাৰেৰে সিহঁতক বধ কৰিলে ; আৰু ৰথীয়া-সেনা ও সেনাপতিবিলাকে সিহঁতক বাহিৰলৈ পেলাই দি, বালৰ গৃহৰ অন্তঃপুৰলৈ গল। [২৬] আৰু সিবিলাকে বালৰ গৃহত থকা স্তম্ভবোৰ উলিয়াই আনি পুৰি পেলালে। [২৭] আৰু সিবিলাকে বালৰ স্তম্ভটো ভাঙ্গি পেলালে, আৰু তাৰ গৃহকো ভাঙ্গি তাক পাইখানা কৰিলে, আজিলৈকে সেই ৰূপেই আছে। [২৮] এই ৰূপে যেহূৱে ইস্ৰায়েলৰ মাজৰ পৰা বালক উচ্ছন্ন কৰিলে। [২৯] তথাপি নবাটৰ পুতেক যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, সেইবোৰৰ পৰা, অৰ্থাৎ বৈৎ-এলত আৰু দানত থকা সোণৰ দামুৰি দুটাৰ পাছত চলাৰ পৰা যেহূ আঁতৰ নহল। [৩০] আৰু যিহোৱাই যেহূক কলে, মোৰ দৃষ্টিত যি ন্যায়, তাক কৰি তুমি ভাল কৰ্ম্ম কৰিলা, আৰু মোৰ মনত যি যি আছিল, সেই সকলোকে তুমি আহাবৰ বংশলৈ কৰিলা ; এই কাৰণে চতুৰ্থ পুৰুষলৈকে তোমাৰ বংশ ইস্ৰায়েলৰ সিংহাসনত বহিব। [৩১] তথাপি যেহূৱে আপোনাৰ সকলো চিত্তে সৈতে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ ব্যৱস্থা অনুসাৰে চলিবলৈ সাৱধান নহল ; যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, সেইবোৰ পাপৰ পৰা তেওঁ আঁতৰ নহল।

[৩২] সেই কালত যিহোৱাই ইস্ৰায়েল দেশ কমাবলৈ ধৰিলে ; আৰু হজায়েলে ইস্ৰায়েলৰ সকলো অঞ্চলত সিবিলাকক আঘাত কৰিলে ; [৩৩] তেওঁ পূবফালে যৰ্দ্দনৰ পৰা গোটেই গিলিয়দ দেশ, অৰ্ণোন উপত্যকাৰ ওচৰত থকা অৰোয়েৰৰ পৰা, গাদীয়া, ৰূবেণীয়া, আৰু মনচীয়াবিলাকৰ দেশ, অৰ্থাৎ গিলিয়দ আৰু বাচানক পৰাজয় কৰিলে। [৩৪] যেহূৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কৰ্ম্ম আৰু আটাই পৰাক্ৰমৰ কথা জানো ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই ? [৩৫] পাছে যেহূ আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হল, আৰু লোকবিলাকে তেওঁক চমৰিয়াত মৈদাম দিলে ; পাছে তেওঁৰ পুত্ৰ যিহোৱাহজ তেওঁৰ পদত ৰজা হল। [৩৬] যেহূৱে চমৰিয়াত ইস্ৰায়েলৰ ওপৰত আঁঠাইশ বছৰ ৰাজত্ব কৰিলে।

অথলিয়া ৰাণীৰ নিষ্ঠুৰতা, আৰু তেওঁৰ বিনাশ।

**১১** ইয়াৰ ভিতৰতে অহজিয়াৰ মাক অথলিয়াই যেতিয়া আপোন পুতেকক মৰা দেখিলে, তেতিয়া তেওঁ উঠি গোটেই ৰাজবংশকে সংহাৰ কৰিলে। [২] কিন্তু যোৰাম ৰজাৰ জীয়েক অহজিয়াৰ ভনীয়েক যিহোচেবাই অহজিয়াৰ পুতেক যোৱাচক, বধ কৰিব লগীয়া ৰাজকোঁৱৰবিলাকৰ মাজৰ পৰা চুৰ কৰি লৈ, তাক ধাই-মাকে সৈতে বিচানা ৰখা খোঁটালীত ৰাখিলে ; আৰু অথলিয়াৰ পৰা তাক লুকুউৱা হলত, তাক বধ কৰা নহল। [৩] পাছে সি তায়ে সৈতে যিহোৱাৰ গৃহত ছবছৰ লুকাই থাকিল ; সেই সময়ত অথলিয়াই দেশৰ ওপৰত ৰাজত্ব কৰিছিল।

[৪] পাছে সপ্তম বছৰত যিহোয়াদাই মানুহ পঠাই চাউডাংবিলাকৰ আৰু ৰথীয়া-সেনাবোৰৰ শতপতিবিলাকক আপোনাৰ ওচৰলৈ যিহোৱাৰ গৃহলৈ আনিলে, আৰু সিবিলাকে সৈতে এটা নিয়ম কৰি, যিহোৱাৰ গৃহত সিবিলাকক শপত খুৱাই ৰাজকোঁৱৰটীক দেখুৱালে। [৫] পাছে তেওঁ সিবিলাকক আজ্ঞা দি কলে, তোমালোকে এই কৰ্ম্ম কৰিবা ; তোমালোকৰ মাজৰ যিবিলাকে বিশ্ৰাম-বাৰে সোমাব, সিবিলাকৰ তিনি ভাগৰ এভাগে ৰাজগৃহ পৰ দি ৰাখিব ; দ্বিতীয় ভাগ চূৰ দুৱাৰত থাকিব ; [৬] আৰু তৃতীয় ভাগ ৰথীয়া-সেনাবোৰৰ পাছফালে দুৱাৰত থাকিব ; এই ৰূপে তোমালোকে আক্ৰমণ নিবাৰণ কৰিবৰ অৰ্থে ৰাজগৃহ পৰ দি ৰাখিবা। [৭] আৰু তোমালোকৰ মাজৰ দুদলে, অৰ্থাৎ বিশ্ৰাম-বাৰে যিবিলাক ওলাই যাব, সেই আটাইবিলাকে ৰজাৰ ওচৰত যিহোৱাৰ গৃহ পৰ দি ৰাখিব। [৮] আৰু তোমালোক প্ৰতিজনে হাতত অস্ত্ৰ লৈ ৰজাক আবৰি ৰাখিবা ; যি কোনো লোক শাৰীৰ ভিতৰলৈ আহিব, তাক বধ কৰা হওক ; আৰু ৰজা যেতিয়া বাহিৰলৈ যায়, বা ভিতৰলৈ আহে, তেতিয়া তোমালোক তেওঁৰ লগত থাকিবা। [৯] পাছে যিহোয়াদা পুৰোহিতে যি যি আজ্ঞা কৰিলে, শতপতিবিলাকে সেই দৰে সকলোকে কৰিলে ; সিবিলাক প্ৰতিজনে বিশ্ৰাম-বাৰে ওলোৱা আৰু বিশ্ৰাম-বাৰে সোমোৱা আপোন আপোন লোকবিলাকক লৈ, যিহোয়াদা পুৰো-

হিতৰ ওচৰলৈ আহিল। [১০] আৰু দায়ূদ ৰজাৰ যি যি বড়শা আৰু ঢাল যিহোৱাৰ গৃহত আছিল, পুৰোহিতে সেইবোৰ শতপতিবিলাকক দিলে। [১১] আৰু গৃহৰ সোঁ কোষৰ পৰা বাঁও কোষলৈকে যজ্ঞবেদি আৰু গৃহৰ মাজ ঠাইত ৰথীয়া-সেনাবোৰে আপোন আপোন হাতত অস্ত্ৰ লৈ ৰজাৰ চাৰিওফালে থিয় হৈ থাকিল। [১২] পাছে তেওঁ ৰাজকোঁৱৰটীক বাহিৰলৈ উলিয়াই আনি, তেওঁৰ মূৰত কিৰীটি আৰু হাতত সাক্ষ্যপুস্তক দিলে; আৰু সিবিলাকে তেওঁক ৰজা পাতিলে, আৰু অভিষেক কৰিলে; পাছে সকলোৱে হাত-তালি দি কলে, ৰজা চিৰজীবী হওক। [১৩] তেতিয়া অথলিয়াই ৰথীয়া-সেনাবোৰৰ আৰু লোকবিলাকৰ এৰাও শুনি, যিহোৱাৰ গৃহলৈ লোকবিলাকৰ ওচৰলৈ আহিল; [১৪] আৰু চাই দেখিলে, যে, ৰজা ৰীতিমতে স্তম্ভটোৰ ওচৰত থিয় হৈ আছে, আৰু শতপতিবিলাক ও তূৰী বজোৱাবিলাক ৰজাৰ ওচৰত আছে; আৰু দেশৰ সকলো লোকবিলাকে আনন্দ কৰিছে, আৰু তূৰী বজাইছে। তাতে অথলিয়াই আপোনাৰ কাপৰ ফালি, ৰাজদ্ৰোহ ৰাজদ্ৰোহ বুলি এঁটাহ পাৰিলে। [১৫] কিন্তু যিহোয়াদা পুৰোহিতে সৈন্যৰ অধ্যক্ষ শতপতিবিলাকক আজ্ঞা কৰি কলে, তাইক দুই শাৰীৰ মাজেদি বাহিৰলৈ লৈ যোৱা; যি কোনো লোক তাইৰ পাছত যাব, তাক তৰোৱালেৰে বধ কৰিবা। কিয়নো পুৰোহিতে কৈছিল, যিহোৱাৰ গৃহৰ ভিতৰত তাইক বধ কৰা নহওক। [১৬] তাতে লোকবিলাকে তেওঁৰ নিমিত্তে বাট এৰি দিলত, তেওঁ অশ্ব-দুৱাৰৰ বাটেদি গৈ ৰাজগৃহত সোমাল; আৰু সেই ঠাইতে তেওঁক বধ কৰা হল।

[১৭] পাছে লোকবিলাক যেন যিহোৱাৰ প্ৰজা হয়, এই ভাবেৰে যিহোয়াদাই যিহোৱাৰ আৰু ৰজা ও প্ৰজাবিলাকৰ মাজত এটা নিয়ম কৰিলে; আৰু ৰজা ও প্ৰজাবিলাকৰ মাজতো নিয়ম কৰিলে। [১৮] তেতিয়া দেশৰ সকলো লোকে বালৰ ঘৰলৈ গৈ সেই ঘৰ ভাঙ্গি পেলালে, আৰু তাৰ বেদি ও মূৰ্ত্তিবোৰ তেনেই ভাঙ্গি গুড়ি কৰিলে, আৰু বেদিবোৰৰ আগত বালৰ পুৰোহিত মত্তনক বধ কৰিলে। পাছে পুৰোহিতে যিহোৱাৰ গৃহৰ ওপৰত অধ্যক্ষ নিযুক্ত কৰিলে। [১৯] আৰু তেওঁ শতপতিবিলাকক, চাউডাংবিলাকক, ৰথীয়াসেনাবোৰক, আৰু দেশৰ আটাই লোকক লগত ললে; সিবিলাকে যিহোৱাৰ গৃহৰ পৰা ৰজাক লৈ, ৰথীয়া-সেনাৰ দুৱাৰৰ বাটেদি ৰাজগৃহলৈ আনিলে; পাছে তেওঁ ৰাজ-সিংহাসনত বহিল। [২০] তেতিয়া, লোকবিলাকে অথলিয়াক ৰাজগৃহত তৰোৱালেৰে বধ কৰাত, দেশৰ সকলো মানুহে আনন্দ কৰিলে, আৰু নগৰ সুখিলে থাকিল।

যিহুদাৰ ওপৰত যিহোৱাচৰ ৰাজত্ব। মন্দিৰ মেৰামত কৰা।

[২১] যিহোৱাচে সাত বছৰ বয়সত ৰাজত্ব পালে।

**১২** যেহূৰ ৰাজত্বৰ সপ্তম বছৰত যিহোৱাচে ৰজা হৈ যিৰূচালেমত চল্লিশ বছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ নাম বেৰ চেবা-নিবাসিনী চিবিয়া। [২] যিহোয়াদা পুৰোহিতে যিহোৱাচৰ আয়ুসৰ যিমান দিন তেওঁক উপদেশ দিলে, সিমান দিন যিহোৱাচে, যিহোৱাৰ দৃষ্টিত যি ন্যায়, তাকে কৰিলে। [৩] তথাপি ওখ ঠাইবোৰ গুচুৱা নহল; লোকবিলাকে তেতিয়াও ওখ ঠাইবোৰত বলিদান কৰিছিল আৰু ধূপ জলাইছিল। [৪] পাছে যিহোৱাচে পুৰোহিতবিলাকক কলে, যিবোৰ পবিত্ৰীকৃত ৰূপ যিহোৱাৰ গৃহলৈ অনা হয়, অৰ্থাৎ গণিত লোকৰ ৰূপ, প্ৰাণীৰ মূল্য-স্বৰূপে নিৰূপণ কৰা ৰূপ, আৰু লোকবিলাকে ইচ্ছামতে যিহোৱাৰ গৃহলৈ অনা ৰূপ, [৫] এই সকলো ৰূপ পুৰোহিতবিলাকে আপোন আপোন চিনাকী লোকৰ হাতৰ পৰা আপোনাবিলাকৰ হাতত লওক; আৰু গৃহৰ যি যি ভগা ঠাই পোৱা যাব, সেইবোৰ ঠাই সিবিলাকে মেৰামত কৰাব। [৬] কিন্তু যিহোৱাচ ৰজাৰ ৰাজত্বৰ তেইশ বছৰৰ বছৰিলৈকে পুৰোহিতবিলাকে গৃহৰ ভগাচিগা ঠাইবোৰ মেৰামত নকৰালে। [৭] তাতে যিহোৱাচ ৰজাই যিহোয়াদা পুৰোহিতক আৰু আন পুৰোহিতবিলাকক মাতি কলে, তোমালোকে গৃহৰ ভগা ঠাইবোৰ কিয় মেৰামত কৰোৱা নাই? এই হেতুকে তোমালোকে আজিৰ পৰা চিনাকী মানুহবিলাকৰ পৰা আৰু ধন নলবা, কিন্তু গৃহৰ ভগা ঠাইবোৰৰ নিমিত্তে দিবলৈ তাক দিয়া। [৮] তাতে পুৰোহিতবিলাকে মানুহবিলাকৰ পৰা

আৰু ধন নলবলৈ, আৰু গৃহৰ ভগা ঠাইবোৰ মেৰামত নকৰাবলৈ মান্তি হল। [৯] কিন্তু যিহোয়াদা পুৰোহিতে এটা চন্দুক লৈ, তাৰ ঢাকনিত এটা বিন্ধা কৰি, যজ্ঞবেদিৰ ওচৰত যিহোৱাৰ গৃহলৈ সোমোৱা ঠাইৰ সোঁফালে থলে; তাতে দুৱাৰ-ৰখীয়া পুৰোহিতবিলাকে যিহোৱাৰ গৃহলৈ অনা সকলো ৰূপ তাৰ ভিতৰত থয়। [১০] পাছে যেতিয়া চন্দুকত বহুত ৰূপ থকা দেখে, তেতিয়া ৰজাৰ লিখক আৰু প্ৰধান পুৰোহিতে আহি, যিহোৱাৰ গৃহত পোৱা সেইবোৰ ৰূপ থৈলাত বান্ধি লেখ কৰে। [১১] পাছে সিবিলাকে সেই জোখা ৰূপ কাম কৰাওঁতাবিলাকৰ হাতত, অৰ্থাৎ যিহোৱাৰ গৃহৰ অধ্যক্ষবিলাকৰ হাতত দিয়ে; আৰু সিবিলাকে যিহোৱাৰ গৃহত কাম কৰোঁতা বাঢৈ আৰু গাঁথকবিলাকক, [১২] আৰু ৰাজমিস্ত্ৰী ও শিল-কটীয়াবিলাকক তাক দিয়ে; আৰু যিহোৱাৰ গৃহৰ ভগা ঠাই মেৰামত কৰিবৰ নিমিত্তে কাঠ আৰু কটা-শিল কিনিবলৈ, আৰু গৃহ মেৰামত কৰিবৰ নিমিত্তে যি যি লাগে, সেইবোৰত তাক খৰছ কৰে। [১৩] কিন্তু যিহোৱাৰ গৃহলৈ অনা সেই ৰূপেৰে, যিহোৱাৰ গৃহৰ কাৰণে ৰূপৰ চৰিয়া, কি কটাৰী, কি তেজ পেলোৱা পাত্ৰ, কি তূৰী, আৰু সোণ ও ৰূপৰ কোনো পাত্ৰ সজা নহল; [১৪] কিয়নো সিবিলাকে কাম কৰাওঁতাবিলাকক তাক দিয়ে, আৰু সিবিলাকে তাৰে যিহোৱাৰ গৃহ মেৰামত কৰায়। [১৫] কিন্তু সিবিলাকে কাম কৰাওঁতাবিলাকক দিবৰ নিমিত্তে যিবিলাকৰ হাতত ৰূপ দিছিল, সিবিলাকৰ লগত সিবিলাকে লেখবুজ নকৰে; কাৰণ সিবিলাকে বিশ্বাসীৰূপে কাম কৰায়। [১৬] আৰু দোষাৰ্থক ও পাপাৰ্থক বলিৰ লগত পোৱা ৰূপ যিহোৱাৰ গৃহলৈ অনা নহয়; সেয়ে পুৰোহিতবিলাকৰ।

[১৭] সেই কালত অৰামৰ হজায়েল ৰজাই যাত্ৰা কৰি, গাতৰ অহিতে যুদ্ধ কৰি তাক হাত কৰি ললে; পাছে হজায়েলে যিৰূচালেমৰ বিৰুদ্ধেও যাত্ৰা কৰিবলৈ মুখ কৰিলে। [১৮] তাতে যিহূদাৰ যিহোৱাচ ৰজাই আপোন ওপৰ-পিতৃ যিহূদাৰ যিহোচাফট, যিহোৰাম, আৰু অহজিয়া ৰজাই পবিত্ৰ কৰা বস্তু, আৰু তেওঁ নিজেও পবিত্ৰ কৰা বস্তু, আৰু যিহোৱাৰ গৃহৰ ভঁৰালত ও ৰাজগৃহৰ ভঁৰালত পোৱা সকলো সোণ লৈ অৰামৰ ৰজা হজায়েললৈ পঠাই দিলে; তাতে তেওঁ যিৰূচালেমৰ সন্মুখৰ পৰা গুচি গল। [১৯] যোৱাচৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা সকলো কাৰ্য্যৰ কথা যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত জানো লিখা নাই? [২০] পাছে তেওঁৰ দাসবিলাকে উঠি চক্ৰান্ত কৰি, চিল্লালৈ নামি যোৱা বাটত মিল্লো নামেৰে ঘৰত যোৱাচক বধ কৰিলে। [২১] কিয়নো চিমিয়তৰ পুতেক যোজাখৰ আৰু চোমেৰৰ পুতেক যিহোজাবদ, তেওঁৰ এই দুজন দাসে তেওঁক আঘাত কৰিলত, তেওঁ মৰিল। পাছে লোকবিলাকে দায়ূদৰ নগৰত তেওঁৰ ওপৰ-পিতৃবিলাকৰ লগত তেওঁক মৈদাম দিলে; আৰু তেওঁৰ পুত্ৰ অমচিয়া তেওঁৰ পদত ৰজা হল।

ইস্ৰায়েলৰ ওপৰত যিহোৱাহজ আৰু যোৱাচৰ ৰাজত্ব। ইলীচাৰ মৃত্যু।

**১৩** অহজিয়া ৰজাৰ পুত্ৰ যিহূদাৰ যোৱাচ ৰজাৰ ৰাজত্বৰ তেইশ বছৰৰ বছৰি যেহূৰ পুত্ৰ যিহোৱাহজে চমৰিয়াত ইস্ৰায়েলৰ ওপৰত ৰজা হৈ সোতেৰ বছৰ ৰাজত্ব কৰিলে। [২] তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; নবাটৰ পুতেক যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, তেওঁ সেইবোৰ পাপত চলোঁতা হল, তাৰ পৰা তেওঁ আঁতৰ নহল। [৩] তাতে, ইস্ৰায়েলৰ বিৰুদ্ধে যিহোৱাৰ ক্ৰোধ জ্বলি উঠিলত, তেওঁ অৰামৰ হজায়েল ৰজাৰ আৰু তেওঁৰ পুত্ৰ বিন-হদদৰ হাতত সদায় সিবিলাকক সোধাই দিছিল। [৪] পাছে যিহোৱাহজে যিহোৱাৰ আগত বিনয় কৰিলত, যিহোৱাই তেওঁৰ প্ৰাৰ্থনা শুনিলে; কিয়নো অৰামৰ ৰজাই ইস্ৰায়েলক যি উপদ্ৰৱ ভোগ কৰাইছিল, তালৈ তেওঁ দৃষ্টি কৰিলে। [৫] (আৰু যিহোৱাই ইস্ৰায়েলক এজন উদ্ধাৰকৰ্ত্তা দিয়াত, সিবিলাক অৰামীয়া লোকৰ হাতৰ পৰা মুক্ত হল; তাতে ইস্ৰায়েলৰ সন্তানবিলাকে পূৰ্ব্বৰ দৰে আপোন আপোন তাম্বুত বাস কৰিলে। [৬] তথাপি যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, তেওঁৰ বংশৰ সেইবোৰ পাপৰ পৰা তেওঁ আঁতৰ নহল, তাত চলিহে থাকিল; আৰু চমৰিয়াত আচেৰা মূৰ্ত্তিটোও থাকিল।) [৭] কাৰণ

অৰামৰ ৰজাই যিহোৱাহজৰ নিমিত্তে, পঞ্চাশ জন অশ্বাৰোহী, দহখন ৰথ, আৰু দহ হাজাৰ পদাতিক সৈন্যৰ বাহিৰে কোনো সৈন্য অৱশিষ্ট নেৰাখিলে; কিয়নো তেওঁ সিবিলাকক বিনষ্ট কৰিছিল, আৰু সিবিলাকক মৰণা মৰা খলাৰ ধূলিৰ দৰে কৰিছিল। ৮ যিহোৱাহজৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা সকলো কৰ্ম্ম আৰু পৰাক্ৰমৰ কথা ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত জানো লিখা নাই? ৯ পাছে যিহোৱাহজ আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, লোকবিলাকে তেওঁক চমৰিয়াত মৈদাম দিলে; আৰু তেওঁৰ পুত্ৰ যোৱাচ তেওঁৰ পদত ৰজা হল।

১০ যিহূদাৰ যোৱাচ ৰজাৰ ৰাজত্বৰ সাতত্ৰিশ বছৰৰ বছৰি যিহোৱাহজৰ পুত্ৰ যিহোৱাচ চমৰিয়াত ইস্ৰায়েলৰ ওপৰত ৰজা হৈ যোল বছৰ ৰাজত্ব কৰিলে। ১১ তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; নবাটৰ পুতেক যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, সেইবোৰৰ কোনো পাপৰ পৰা তেওঁ আঁতৰ নহল, তাত চলিহে থাকিল। ১২ যোৱাচৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা সকলো কৰ্ম্মৰ কথা, আৰু যি পৰাক্ৰমেৰে যিহূদাৰ অমচিয়া ৰজাৰ লগত যুদ্ধ কৰিছিল, আপোনাৰ সেই পৰাক্ৰমৰ কথা ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত জানো লিখা নাই? ১৩ পাছে যোৱাচ আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, যাৰবিয়াম তেওঁৰ সিংহাসনত বহিল; আৰু যোৱাচক ইস্ৰায়েলৰ ৰজাবিলাকৰ লগত চমৰিয়াত মৈদাম দিয়া হল।

১৪ ইলীচাই যি নৰীয়াত মৰিল, তেওঁ সেই নৰীয়া পড়িলত, ইস্ৰায়েলৰ যোৱাচ ৰজাই তেওঁৰ ওচৰলৈ গৈ তেওঁলৈ চাপৰি কান্দি কান্দি কলে, হে মোৰ পিতৃ, হে মোৰ পিতৃ, ইস্ৰায়েলৰ ৰথ আৰু তাৰ অশ্বাৰোহীবিলাক! ১৫ তেতিয়া ইলীচাই তেওঁক কলে, তুমি ধনু আৰু বাণ লোৱা; তাতে তেওঁ ধনু আৰু বাণ ললে। ১৬ পাছে ইলীচাই ইস্ৰায়েলৰ ৰজাক কলে, ধনুত তোমাৰ হাত দিয়া; তাতে ৰজাই তাৰ ওপৰত হাত দিলত, ইলীচাই ৰজাৰ হাতৰ ওপৰত আপোন হাত দিলে। ১৭ আৰু তেওঁ পূব ফালৰ খিলিকি দুৱাৰ মেল বুলি হুকুম দিলত, তাক মেলা হল। তেতিয়া ইলীচাই কলে, বাণ মাৰা; তাতে তেওঁ বাণ মাৰিলত, ইলীচাই কলে, এয়ে যিহোৱাৰ জয়যুক্ত বাণ, এয়ে অৰামৰ বিৰুদ্ধে জয়যুক্ত বাণ; কিয়নো তুমি অফেকত অৰামক নিঃশেষে বিনষ্ট নকৰালৈকে আঘাত কৰি থাকিবা। ১৮ আৰু তেওঁ কলে, বাণবোৰ লোৱা; তাতে ইস্ৰায়েলৰ ৰজাই তাক ললত, তেওঁ ৰজাক কলে, মাটিত কোবোৱা; তাতে তেওঁ মাটিত তিনিবাৰ কোবায়েই ৰল। ১৯ তেতিয়া ঈশ্বৰৰ লোকে তেওঁৰ ওপৰত ক্ৰুদ্ধ হৈ কলে, তুমি পাঁচ কি ছবাৰমান কোবাব লাগিছিল; সেয়ে হোৱা হলে, তুমি অৰামক, নিঃশেষে বিনষ্ট নোহোৱালৈকে আঘাত কৰিব পাৰিলাহেঁতেন; এতিয়া হলে, কেৱল তিনিবাৰহে অৰামীয়াইতক প্ৰহাৰ কৰিব পাৰিবা।

২০ পাছে ইলীচাৰ মৃত্যু হলত, লোকবিলাকে তেওঁক মৈদাম দিলে। তেতিয়া মোৱাবীয়া দলবোৰ বছৰৰ আৰম্ভনতে দেশত সোমাল। ২১ সেই কালত লোকবিলাকে এটা মানুহক মৈদাম দিবলৈ ধৰোঁতে, সিবিলাকে এদল লোক দেখিলে; তেতিয়া সিবিলাকে সেই মানুহৰ শৱ ইলীচাৰ মৈদামৰ ভিতৰত পেলাই দিলে; তাতে সেই শৱ সোমাই ইলীচাৰ অস্থি স্পৰ্শ কৰামাত্ৰে জীয়াই উঠি, আপোন ভৰিত ভৰ দি থিয় হল।

২২ অৰামৰ হজায়েল ৰজাই যিহোৱাহজৰ সকলো কালত ইস্ৰায়েলক উপদ্ৰৱ কৰিছিল। ২৩ তথাপি, যিহোৱাই অব্ৰাহাম, ইচ্হাক, আৰু যাকোবে সৈতে কৰা নিয়মৰ কাৰণে, তেওঁ ইস্ৰায়েলক অনুগ্ৰহ আৰু দয়া কৰিলে, আৰু সিবিলাকলৈ প্ৰসন্ন হৈ সিবিলাকক বিনষ্ট কৰিবলৈ অসম্মত হল, আৰু আপোনাৰ ওচৰৰ পৰা তেতিয়া সিবিলাকক নেখেদিলে। ২৪ পাছে অৰামৰ হজায়েল ৰজাৰ মৃত্যু হল, আৰু তেওঁৰ পুত্ৰ বিন-হদদ তেওঁৰ পদত ৰজা হল। ২৫ যিহোৱাচৰ বাপেক যিহোৱাহজৰ পৰা হজায়েলে যি যি নগৰ যুদ্ধত লৈছিল, সেই সকলো নগৰ যিহোৱাহজৰ পুত্ৰ যিহোৱাচে হজায়েলৰ পুত্ৰ বিন-হদদৰ পৰা পুনৰায় ললে। যোৱাচে বিন-হদদক তিনিবাৰ প্ৰহাৰ কৰি ইস্ৰায়েলৰ সেই নগৰবোৰ পুনৰায় ললে।

যিহূদার ওপরত অমচিয়ার, আরু ইস্রায়েলর ওপরত দ্বিতীয় যারবিয়ামর রাজত্ব।

**১৪** যোৱাহজর পুত্র ইস্রায়েলর যোৱাচ রজার রাজত্বর দ্বিতীয় বছরত, যিহূদার রজা যোৱাচর পুত্র অমচিয়া রজা হল। [২] তেওঁ পঁচিশ বছর বয়সত রজা হৈ যিরূচালেমত ঊনত্রিশ বছর রাজত্ব করিলে: তেওঁর মাকর নাম যিরূচালেম-নিবাসিনী যিহোৱদ্দন। [৩] যিহোৱার দৃষ্টিত যি ন্যায়, তেওঁ তাকে করিলে; তথাপি আপোন ওপর-পিতৃ দায়ূদর নিচিনাকৈ করা নাছিল: তেওঁ আপোন পিতৃ যোৱাচর সকলো কৰ্ম্মর দরে কাৰ্য্য করিলে। [৪] কিন্তু ওখ ঠাইবোর গুচুউৱা নহল; লোকবিলাকে তেতিয়াও ওখ ঠাইবোরত বলিদান করিছিল আরু ধূপ জ্বলাইছিল। [৫] পাছে রাজ্য তেওঁর হাতত থির হোৱামাত্রে, আপোন পিতৃ রজাক বধ করা আপোন দাসবিলাকক তেওঁ বধ করিলে; [৬] কিন্তু পুতেকহঁতর কারণে বাপেকহঁতক, আরু বাপেকহঁতর কারণে পুতেক-হঁতক বধ করা নেযাব, প্রতিজনে আপোন আপোন পাপর কারণে মরিব, মোচির ব্যবস্থা-পুস্তকত লিখা যিহোৱার এই আজ্ঞা অনুসারে, তেওঁ সেই বধ করাবিলাকর সন্তানবিলাকক বধ নকরিলে। [৭] তেওঁ লবণ উপত্যকাত ইদোমর দহ হাজার লোকক বধ করিলে; আরু যুদ্ধত চেলা নগর ললে: আরু তার নাম যক্তিয়েল রাখিলে, আজিলৈকে সেই নাম আছে।

[৮] সেই কালত অমচিয়াই যেহুর নাতি যিহো-ৱাহজর পুত্র যিহোৱাচ নামেরে ইস্রায়েলর রজার ওচরলৈ দূত পঠাই কলে, আহাঁ, আমি ইজনে সিজনে মুখ চোৱাচুই করোঁহঁক। [৯] তাতে ইস্রা-য়েলর যিহোৱাচ রজাই যিহূদার অমচিয়া রজার ওচরলৈ মানুহ পঠাই কলে, লিবানোনত থকা কাঁইট গছে লিবানোনত থকা এরচ গছ-জোপা-লৈ কৈ পঠালে, বোলে, তোমার জীয়েরাক মোর পোর লগত বিবাহ দিয়া; পাছে লিবা-নোনত থকা এটা বনরীয়া জন্তুৱে সেই ফালে ফুরি, সেই কাঁইট গছ গচকি পেলালে। [১০] তুমি ইদোমক পরাজয় করিলা, এয়ে স্বরূপ; আরু তাতেই তোমার মন গৰ্ব্বী হৈছে; এতেকে দৰ্প করি আপোন ঘরতে থাকা; কিয়নো আপোন অমঙ্গলর অর্থে কিয় যুদ্ধ করি তুমি আরু তোমারে সৈতে যিহূদা পতিত হবা? [১১] কিন্তু অমচিয়াই শুনিলে। এই হেতুকে ইস্রায়েলর যিহোৱাচ রজাই যুদ্ধযাত্রা করিলে; তাতে তেওঁ আরু যিহূদার অমচিয়া রজাই যিহূদার অধীনে থকা বৈৎ-চেমচত ইজনে সিজনে মুখ চোৱাচুই করিলে। [১২] তেতিয়া ইস্রায়েলর আগত যিহূদা ঘাটিল, আরু প্রতিজনে আপোন আপোন তাম্বুলৈ পলাই গল। [১৩] পাছে ইস্রায়েলর যিহোৱাচ রজাই অহজিয়ার নাতি যিহোৱাচর পুত্র যিহূদার অমচিয়া রজাক বৈৎ-চেমচত ধরি যিরূচালেমলৈ লৈ আহিল; আরু ইফ্রয়িমর দুৱাররে পরা চুকর দুৱারলৈকে যিরূচালেমর গড়র চারি শ হাত ভাঙ্গি পেলালে। [১৪] আরু তেওঁ যিহোৱার গৃহত, আরু রাজগৃহর ভঁরালত পোৱা আটাই সোণ, রূপ, আরু সকলো পাত্র, আরু বন্ধকস্বরূপে কেতবোর লোককো লৈ চমরিয়ালৈ উভটি গল। [১৫] যিহোৱাচে করা কাৰ্য্যর অবশিষ্ট বৃত্তান্ত, তেওঁর পরাক্রমর কথা, আরু যিহূদার অমচিয়া রজার লগত তেওঁ যুদ্ধ করা কথা জানো ইস্রায়েলর রজাবিলাকর ইতিহাস-পুস্তকখনিত লিখা নাই? [১৬] পাছে যিহোৱাচ আপোন ওপর-পিতৃবিলাকর লগত নিদ্রিত হলত, চমরিয়াত ইস্রায়েলর রজাবিলা-কর লগত তেওঁক মৈদাম দিয়া হল; আরু তেওঁর পুত্র যারবিয়াম তেওঁর পদত রজা হল।

[১৭] যিহোৱাহজর পুত্র ইস্রায়েলর যিহোৱাচ রজার মৃত্যুর পাছে, যোৱাচর পুত্র যিহূদার অমচিয়া রজা আরু পোন্ধের বছর জীয়াই থাকিল। [১৮] অমচিয়ার অবশিষ্ট বৃত্তান্ত জানো যিহূদার রজাবিলাকর ইতিহাস-পুস্তকখনিত লিখা নাই? [১৯] পাছে লোকবিলাকে যিরূচালেমত তেওঁর বিরুদ্ধে চক্রান্ত করিলত, তেওঁ লাখীচলৈ পলাই গল; কিন্তু সিহঁতে লাখীচলৈকে তেওঁর পাছত মানুহ পঠাই তেওঁক তাত বধ করালে। [২০] আরু সিহঁতে তেওঁক ঘোঁৰাত তুলি যিরূ-চালেমলৈ আনিলত, দায়ূদর নগরত তেওঁর ওপর-পিতৃবিলাকর লগত তেওঁক মৈদাম দিয়া হল। [২১] পাছে যিহূদার সকলো লোকে ষোল বছর বয়সীয়া অজরিয়াক লৈ, তেওঁর পিতৃ অমচিয়ার পদত রজা পাতিলে। [২২] রজা আপোন ওপর-

পিতৃবিলাকর লগত নিদ্রিত হোৱার পাছে, তেওঁ এলৎ নগর দৃঢ় করিলে, আরু পুনরায় তাক যিহুদার অধীন করিলে।

[২৩] যিহুদার যোৱাচ রজার পুত্র অমচিয়া রজার রাজত্বর পঞ্চদশ বছরত ইস্রায়েলর যোৱাচ রজার পুত্র যারবিয়ামে চমরিয়াত রজা হৈ এক-চল্লিশ বছর রাজত্ব করিলে। [২৪] তেওঁ যিহোৱার সাক্ষাতে কু-আচরণ করিলে; নবাটর পুত্রেক যারবিয়ামে যিবোর পাপর দ্বারায় ইস্রায়েলক পাপ করাইছিল, সেইবোরর কোনো পাপর পরা তেওঁ আঁতর নহল। [২৫] ইস্রায়েলর ঈশ্বর যিহোৱাই আপোন দাস গৎ-হেফরত থকা অমিত্তয়র পুত্র যোনা ভাববাদীর মুখে কোৱা আপোন বাক্যর দরে, রজাই হমাতর প্রবেশ-স্থানর পরা অরাবা সমুদ্রলৈকে ইস্রায়েলর সীমা পুনরায় স্থাপন করিলে। [২৬] কিয়নো যিহোৱাই ইস্রায়েলর দুঃখ অতিশয় টান দেখিলে; কারণ মুক্ত কি বদ্ধ হোৱা কোনো নাছিল, আরু ইস্রায়েলক উপকার করোঁতাও কোনো নাছিল। [২৭] আরু, ময় ইস্রায়েলর নাম আকাশর তলর পরা লুপ্ত করিম বুলি যিহোৱাই কোৱা নাছিল; কিন্তু তেওঁ যোৱাচর পুত্র যারবিয়ামর দ্বারায় সিবিলাকক উদ্ধার করিলে। [২৮] যারবিয়ামর অৱশিষ্ট বৃত্তান্ত, তেওঁর সকলো কার্য্য, পরাক্রম, আরু যুদ্ধর কথা, আরু পূর্ব্বে যিহুদার অধীনত থকা দম্মেচক আরু হমাৎ পুনরায় ইস্রায়েলর কারণে তেওঁ লোৱা কথা জানো ইস্রায়েলর রজাবিলাকর ইতিহাস-পুস্তকখনিত লিখা নাই? [২৯] পাছে যারবিয়াম আপোন ওপর-পিতৃ ইস্রায়েলর রজাবিলাকর লগত নিদ্রিত হলত, তেওঁর পুত্র জখরিয়া তেওঁর পদত রজা হল।

ইস্রায়েলর ওপরত অজরিয়া, জখরিয়া, চল্লুম, মনহেম, পকহিয়া, আরু পেকহর ও যিহুদার ওপরত যোথমর রাজত্ব।

**১৫** ইস্রায়েলর যারবিয়াম রজার রাজত্বর সাতাইশ বছরর বছরি, যিহুদার রজা অমচিয়ার পুত্র অজরিয়াই রাজত্ব পালে। [২] তেওঁ ষোল বছর বয়সত রজা হৈ যিরূচালেমত বাবন্ন বছর রাজত্ব করিলে; তেওঁর মাকর নাম যিরূচালেম-নিবাসিনী যিখলিয়া। [৩] তেওঁ আপোন পিতৃ অমচিয়ার সকলো কার্য্য অনুসারে, যিহোৱার দৃষ্টিত যি ন্যায়, তাকে করিলে। [৪] তথাপি ওখ ঠাইবোর গুচুউৱা নহল; তেতিয়াও লোক-বিলাকে ওখ ঠাইবোরত বলিদান করিছিল আরু ধূপ জ্বলাইছিল। [৫] পাছে যিহোৱাই রজাক প্রহার করিলত, তেওঁ মরণর দিনলৈকে কুষ্ঠরোগী হৈ বেলেগ ঘরত নিবাস করিলে; তাতে রজার পুত্র যোথম রাজগৃহর অধ্যক্ষ হৈ দেশর লোক-বিলাকক শাসন করিবলৈ ধরিলে। [৬] অজরিয়ার অৱশিষ্ট বৃত্তান্ত, তেওঁর সকলো কার্য্যর কথা জানো যিহুদার রজাবিলাকর ইতিহাস-পুস্তক-খনিত লিখা নাই? [৭] পাছে অজরিয়া আপোন ওপর-পিতৃবিলাকর লগত নিদ্রিত হলত, দায়ূদর নগরত আপোন ওপর-পিতৃবিলাকর লগত তেওঁক মৈদাম দিয়া হল; আরু তেওঁর পুত্র যোথম তেওঁর পদত রজা হল।

[৮] যিহুদার অজরিয়া রজার রাজত্বর আঁঠত্রিশ বছরর বছরি, যারবিয়ামর পুত্র জখরিয়াই ইস্রায়েলর ওপরত চমরিয়াত ছমাহ রাজত্ব করিলে। [৯] তেওঁর ওপর-পিতৃবিলাকে করা নিচিনাকৈ তেওঁ যিহোৱার সাক্ষাতে কু-আচরণ করিলে; নবাটর পুত্রেক যারবিয়ামে যিবোর পাপর দ্বারায় ইস্রায়েলক পাপ করাইছিল, সেইবোর পাপর পরা তেওঁ আঁতর নহল। [১০] পাছে যাবেচর পুত্র চল্লুমে তেওঁর বিরুদ্ধে চক্রান্ত করি লোকবিলাকর আগতে তেওঁক আঘাত করি বধ করিলে, আরু তেওঁর পদত নিজে রজা হল। [১১] দেখা, জখরিয়ার অৱশিষ্ট বৃত্তান্ত ইস্রায়েলর রজাবিলাকর ইতিহাস-পুস্তক-খনিত লিখা আছে। [১২] যিহোৱাই যেহুর আগত এই বাক্য কৈছিল, বোলে, তোমার বংশ চতুর্থ পুরুষলৈকে ইস্রায়েলর সিংহাসনত বহিব; সেই দরে ঘটিল।

[১৩] যিহুদার উজ্জিয়া রজার রাজত্বর উনচল্লিশ বছরর বছরি যাবেচর পুত্র চল্লুমে রজা হৈ, চমরিয়াত সম্পূর্ণ এমাহ রাজত্ব করিলে। [১৪] পাছে গাদীর পুত্র মনহেমে তির্চার পরা চমরিয়ালৈ গৈ, যাবেচর পুত্র চল্লুমক চমরিয়াত আঘাত করি বধ করিলে, আরু তেওঁর পদত নিজে রজা হল। [১৫] দেখা, চল্লুমর অৱশিষ্ট বৃত্তান্ত, তেওঁ করা চক্রান্তর কথা ইস্রায়েলর রজাবিলাকর ইতি-

হাস-পুস্তকখনিত লিখা আছে। [16] পাছে মনহেমে তির্চাৰ পৰা গৈ, টিপ্‌চহ ও তাৰ মাজত থকা সকলোকে আৰু তাৰ অঞ্চল আঘাত কৰিলে ; সিবিলাকে তেওঁলৈ দুৱাৰ মেলি নিদিয়াতে তেওঁ তাক আঘাত কৰিলে, আৰু তাৰ সকলো গৰ্ভৱতী তিৰুতাৰ উদৰ ফালি পেলালে।

[17] যিহূদাৰ অজৰিয়া ৰজাৰ ৰাজত্বৰ উনচল্লিশ বছৰৰ বছৰি গাদীৰ পুত্ৰ মনহেমে ৰজা হৈ, চমৰিয়াত ইস্ৰায়েলৰ ওপৰত দহ বছৰ ৰাজত্ব কৰিলে। [18] তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে ; নবাটৰ পুতেক যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, সেইবোৰ পাপৰ পৰা তেওঁৰ জীৱনৰ গোটেই কালত তেওঁ আঁতৰ নহল। [19] পাছে অচূৰৰ পূল ৰজা সেই দেশৰ বিৰুদ্ধে আহিলত, পূলৰ সহায়ৰ দ্বাৰায় আপোনাৰ ৰাজ্য সুস্থিৰ কৰিবলৈ মনহেমে পূলক এক হাজাৰ কিক্কৰ ৰূপ দিলে। [20] আৰু অচূৰৰ ৰজাক দিবৰ নিমিত্তে, মনহেমে আটাই বড় বড় ধনী লোকৰ প্ৰত্যেকৰ পৰা পঞ্চাশ চেকল পঞ্চাশ চেকল ৰূপ লৈ ইস্ৰায়েলৰ পৰা সেই ৰূপ আদায় কৰিলে : তাতে অচূৰৰ ৰজা দেশত নেথাকি তাৰ পৰা উভটি গল। [21] মনহেমৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ কথা জানো ইস্ৰালেলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই ? [22] পাছে মনহেম আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, তেওঁৰ পুত্ৰ পকহিয়া তেওঁৰ পদত ৰজা হল।

[23] যিহূদাৰ অজৰিয়া ৰজাৰ ৰাজত্বৰ পঞ্চাশ বছৰৰ বছৰি মনহেমৰ পুত্ৰ পকহিয়াই চমৰিয়াত ইস্ৰায়েলৰ ওপৰত ৰজা হৈ দুবছৰ ৰাজত্ব কৰিলে। [24] তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে ; নবাটৰ পুতেক যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, সেইবোৰ পাপৰ পৰা তেওঁ আঁতৰ নহল। [25] পাছে ৰমলিয়াৰ পুত্ৰ পেকহ নামেৰে তেওঁৰ এজন সেনাপতিয়ে তেওঁৰ বিৰুদ্ধে চক্ৰান্ত কৰি, চমৰিয়াত ৰাজগৃহৰ দুৰ্গত তেওঁক অৰ্গোব আৰু অৰিয়ে সৈতে আঘাত কৰিলে ; সেনাপতিৰ লগত গিলিয়দীয়া পঞ্চাশ জন লোক আছিল ; সেনাপতিয়ে তেওঁক এই ৰূপে বধ কৰি তেওঁৰ পদত নিজে ৰজা হল। [26] দেখা, পকহিয়াৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ কথা ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা আছে।

[27] যিহূদাৰ অজৰিয়া ৰজাৰ ৰাজত্বৰ বাৱন্ন বছৰৰ বছৰি, ৰমলিয়াৰ পুত্ৰ পেকহে চমৰিয়াত ইস্ৰায়েলৰ ওপৰত ৰজা হৈ বিশ বছৰ ৰাজত্ব কৰিলে। [28] তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে ; নবাটৰ পুতেক যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, সেইবোৰ পাপৰ পৰা তেওঁ আঁতৰ নহল। [29] ইস্ৰায়েলৰ পেকহ ৰজাৰ ৰাজত্বৰ কালত, অচূৰৰ ৰজা তিগ্লৎপিলেচৰে আহি, ইয়োন, আবেল-বৈৎ-মাখা, যানোহ, কেদচ, হাচোৰ, গিলিয়দ, আৰু গালীল অৰ্থাৎ নপ্তালীৰ সমুদায় দেশ হাত কৰি ললে, আৰু লোকবিলাকক অচূৰলৈ বন্দী কৰি লৈ গল। [30] পাছে উজ্জিয়াৰ পুত্ৰ যোথমৰ ৰাজত্বৰ বিশ বছৰৰ বছৰি, এলাৰ পুত্ৰ হোচেয়াই ৰমলিয়াৰ পুত্ৰ পেকহৰ বিৰুদ্ধে চক্ৰান্ত কৰি তেওঁক আঘাত কৰি বধ কৰিলে, আৰু তেওঁৰ পদত নিজে ৰজা হল। [31] দেখা, পেকহৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ কথা ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা আছে।

[32] ইস্ৰায়েলৰ ৰজা ৰমলিয়াৰ পুত্ৰ পেকহৰ ৰাজত্বৰ দ্বিতীয় বছৰত, যিহূদাৰ ৰজা উজ্জিয়াৰ পুত্ৰ যোথমে ৰাজত্ব পালে। [33] তেওঁ পচিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত যোল বছৰ ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম চাদোকৰ জীয়েক যিৰূচা। [34] যিহোৱাৰ দৃষ্টিত যি ন্যায়, তেওঁ তাকে কৰিলে ; আৰু আপোন পিতৃ উজ্জিয়াৰ কাৰ্য্যৰ দৰেই সকলো কৰ্ম্ম কৰিলে। [35] তথাপি ওখ ঠাইবোৰ গুচুউৱা নহল ; লোকবিলাকে তেতিয়াও ওখ ঠাইবোৰত বলিদান কৰিছিল আৰু ধূপ জ্বলাইছিল। তেওঁ যিহোৱাৰ গৃহৰ ওপৰৰ দুৱাৰ পুনৰায় নিৰ্ম্মাণ কৰিলে। [36] যোথমৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ কথা জানো যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই ? [37] সেই কালত যিহোৱাই অৰামৰ ৰচীন ৰজাক আৰু ৰমলিয়াৰ পুত্ৰ পেকহক যিহূদাৰ বিৰুদ্ধে পঠাবলৈ ধৰিলে। [38] পাছে যোথম আপোন ওপৰ-পিতৃবিলাকৰ

লগত নিদ্রিত হলত, আপোন ওপর-পিতৃ দায়ূদর নগরত আপোন ওপর-পিতৃবিলাকর লগত তেওঁক মৈদাম দিয়া হল; আরু তেওঁর পুত্র আহজ তেওঁর পদত রজা হল।

### যিহূদার ওপরত আহজর রাজত্ব।

**১৬** রমলিয়ার পুত্র পেকহর রাজত্বর সপ্তদশ বছরত, যিহূদার রজা যোথমর পুত্র আহজে রাজত্ব পালে। ২ আহজে বিশ বছর বয়সত রজা হৈ, যিরূচালেমত ষোল বছর রাজত্ব করিলে; তেওঁ আপোন ওপর-পিতৃ দায়ূদর নিচিনাকৈ, আপোন ঈশ্বর যিহোৱার দৃষ্টিত যি ন্যায়, তাক নকরিলে; ৩ কিন্তু ইস্রায়েলর রজাবিলাকর পথত চলিলে, এনে কি, যিহোৱাই ইস্রায়েলর সন্তানবিলাকর আগর পরা দূর করা জাতিবিলাকর ঘিণলগীয়া রীতির দরে আপোন পুত্রটীকেই অগ্নির মাজেদি গমন করালে। ৪ আরু তেওঁ ওখ ঠাইবোরত, পর্ব্বতর ওপরত, আরু প্রত্যেক কেঁচাপতীয়া গছর তলত বলিদান করিলে আরু ধূপ জ্বলালে। ৫ সেই কালত অরামর রচীন রজাই, আরু ইস্রায়েলর রমলিয়ার পুত্র পেকহ রজাই যুদ্ধর অর্থে যিরূচালেমলৈ যাত্রা করি আহজক অবরোধ করিলে; কিন্তু তেওঁক জয় করিব নোৱারিলে। ৬ সেই সময়ত অরামর রচীন রজাই এলৎ নগর পুনরায় অরামর অধীন করি, যিহূদীবিলাকক এলতর পরা খেদাই দিলে: আরু অরামীয়াবিলাকে এলতলৈ আহি আজিলৈকে তাত নিবাস করি আছে। ৭ পাছে আহজে অচূরর তিগ্লৎ-পিলেচর রজার ওচরলৈ দূত পঠাই এই কথা কলে, মই আপোনার দাস, আরু আপোনার পুত্র হওঁ; আপুনি আহি মোর বিরুদ্ধে উঠা অরামর রজা আরু ইস্রায়েলর রজার হাতর পরা মোক উদ্ধার করোক। ৮ আরু আহজে যিহোৱার গৃহত আরু রাজগৃহর ভঁরালত পোৱা সোণ আরু রূপ লৈ, অচূরর রজার গুরিলৈ ভেঁটি পঠাই দিলে। ৯ তাতে অচূরর রজাই তেওঁর কথা শুনিলে; আরু অচূরর রজাই দম্মেচকর বিরুদ্ধে যুদ্ধযাত্রা করি তাক হাত করি ললে, আরু তার লোকবিলাকক বন্দী করি কীরলৈ লৈ গল; আরু রচীনক বধ করিলে। ১০ পাছে আহজ রজাই অচূরর তিগ্লৎ-পিলেচর রজার লগত সাক্ষাৎ করিবলৈ দম্মেচকলৈ গল; আরু দম্মেচকত থকা যজ্ঞবেদিটো দেখি, তেওঁ সেই যজ্ঞবেদির সকলো শিল্পকর্ম্ম অনুসারে তার নক্চা আরু নমুনা উরিয়া পুরোহিতর গুরিলৈ পঠাই দিলে। ১১ তাতে উরিয়া পুরোহিতে এটা যজ্ঞবেদি করালে; আহজ রজাই দম্মেচকর পরা যি যি পঠাইছিল, আহজ রজা দম্মেচকর পরা অহার আগেয়ে উরিয়া পুরোহিতে তার দরেই সকলোকে করালে। ১২ পাছে রজাই দম্মেচকর পরা আহি সেই যজ্ঞবেদি চালে; আরু রজাই সেই বেদির ওচরলৈ গৈ তার ওপরত বলিদান করিলে। ১৩ আরু তেওঁ সেই বেদির ওপরত আপোনার হোম-বলি ও ভক্ষ্য নৈবেদ্য দাহ করিলে, আপোনার পেয় নৈবেদ্য ঢালিলে, আরু আপোনার মঙ্গলার্থক বলির তেজ ছটিয়ালে। ১৪ আরু যিহোৱার সম্মুখত থকা যি পিত্তলর যজ্ঞবেদি, তাক তেওঁ মন্দিরর আগর পরা, অর্থাৎ যিহোৱার গৃহ আরু নতুন বেদির মাজ ঠাইর পরা গুচাই সেই নতুন বেদির উত্তর-ফালে স্থাপন করিলে। ১৫ পাছে আহজ রজাই উরিয়া পুরোহিতক এই আজ্ঞা দিলে, বোলে, বড় বেদির ওপরত প্রভাতর হোমবলি ও সন্ধ্যা বেলার নৈবেদ্য, রজার হোম-বলি ও তেওঁর নৈবেদ্য, আরু দেশর সকলো লোকর হোম-বলি ও সিবিলাকর ভক্ষ্য আরু পেয় নৈবেদ্য দাহ করিবা; আরু তার ওপরত হোম-বলির তেজ ও আন আন বলির তেজ ছটিয়াবা; কিন্তু পিত্তলর যজ্ঞবেদির বিষয়ে মোর বিবেচনা করিব লগা আছে। ১৬ তাতে উরিয়া পুরোহিতে আহজ রজার আটাই আজ্ঞা অনুসারে করিলে। ১৭ পাছে আহজ রজাই আধারবোরর থাল পড়া ঠাইবোরর পিত্তলর পাতবোর কাটি ললে, আরু সেইবোরর পরা প্রক্ষালন-পাত্রবোর গুচালে; আরু সমুদ্রপাত্রটোর তলত যি পিত্তলর বলদবোর আছিল, সেইবোরর ওপরর পরা তাক নমাই শিল পারি তার ওপরত বহুৱালে। ১৮ আরু বিশ্রাম-দিনর নিমিত্তে, গৃহর মাজত ওপরত চাল থকা যি মঞ্চ, আরু রজা সোমাবর নিমিত্তে যি বাহির-দুৱার করা হৈছিল, তাক তেওঁ অচূরর রজার ভয়ত যিহোৱার গৃহর আন ঠাইত রাখিলে। ১৯ আহজর কার্য্যর অৱশিষ্ট

বৃত্তান্ত যিহূদাৰ ৰজাবিলাকৰ ইতিহাসপুস্তক-খনিত জানো লিখা নাই? ২০ পাছে আহজ আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, আপোন ওপৰ-পিতৃবিলাকৰ লগত দায়ূদৰ নগৰত তেওঁক মৈদাম দিয়া হল; আৰু তেওঁৰ পুত্ৰ হিষ্কিয়া তেওঁৰ পদত ৰজা হল।

ইস্ৰায়েলৰ ওপৰত হোচেয়াৰ ৰাজত্ব। ইস্ৰায়েল ৰাজ্যৰ বিনাশ আৰু ইস্ৰায়েলক দেশান্তৰ কৰা।

**১৭** যিহূদাৰ আহজ ৰজাৰ ৰাজত্বৰ দ্বাদশ বছৰত এলাৰ পুত্ৰ হোচেয়াই চমৰিয়াত ইস্ৰায়েলৰ ওপৰত ৰজা হৈ, ন বছৰ ৰাজত্ব কৰিলে। ২ তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; তথাপি তেওঁৰ আগেয়ে হোৱা ইস্ৰায়েলৰ ৰজাবিলাকৰ নিচিনাকৈ কৰা নাছিল। ৩ তেওঁৰ বিৰুদ্ধে অচূৰৰ ৰজা চলূমনেচৰে যুদ্ধযাত্ৰা কৰিলে; তাতে হোচেয়াই তেওঁৰ দাস হৈ তেওঁক উপহাৰ দিছিল। ৪ পাছে অচূৰৰ ৰজাই, হোচেয়াই কৰা চক্ৰান্তৰ গম পালে; কিয়নো তেওঁ মিচৰৰ চো ৰজাৰ ওচৰলৈ দূত পঠাইছিল, আৰু বছৰে বছৰে যেনেকৈ উপহাৰ দিছিল, তেনেকৈ অচূৰৰ ৰজাক আৰু উপহাৰ নিদিলে; এই কাৰণে অচূৰৰ ৰজাই তেওঁক বান্ধি বন্দীশালত পেলাই থলে। ৫ অচূৰৰ ৰজাই গোটেই দেশ আক্ৰমণ কৰিলে, আৰু চমৰিয়ালৈ উঠি গৈ তিনি বছৰলৈকে তাক অৱৰোধ কৰিলে। ৬ হোচেয়াৰ ৰাজত্বৰ নৱম বছৰত অচূৰৰ ৰজাই চমৰিয়া হাত কৰি লৈ ইস্ৰায়েলক অচূৰ দেশলৈ লৈ গল, আৰু হলহত, হাবোৰত, গোজনৰ নদীৰ তীৰত, আৰু মাদীয়াবিলাকৰ নানা নগৰত বাস কৰালে। ৭ ইয়াৰ কাৰণ এই, ইস্ৰায়েলৰ সন্তানবিলাকৰ যি ঈশ্বৰ যিহোৱাই সিবিলাকক মিচৰ দেশৰ পৰা, মিচৰৰ ফৰৌণ ৰজাৰ হাতৰ অধীনতাৰ পৰা আনিছিল, তেওঁৰ বিৰুদ্ধে সিবিলাকে পাপ কৰিছিল, আৰু ইতৰ দেৱতাবোৰক ভয় কৰিছিল; ৮ আৰু যিহোৱাই ইস্ৰায়েলৰ সন্মুখৰ পৰা দূৰ কৰা জাতিবোৰৰ বিধি, আৰু ইস্ৰায়েলৰ ৰজাবিলাকে স্থাপন কৰা বিধি অনুসাৰে সিবিলাকে চলিছিল। ৯ ইস্ৰায়েলৰ সন্তানবিলাকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ অহিতে গুপুতে অযুগুত কাৰ্য্য কৰিছিল, আৰু পহৰীয়াৰ ওখ ঘৰৰে পৰা গড়েৰে আবৃত হোৱা নগৰলৈকে আপোনাবিলাকৰ সকলো নগৰত, আপোনাবিলাকৰ নিমিত্তে ওখ ঠাইবোৰ যুগুত কৰিছিল। ১০ আৰু সিবিলাকে প্ৰত্যেক ওখ পৰ্ব্বতৰ ওপৰত ও প্ৰত্যেক কেঁচাপতীয়া গছৰ তলত স্তম্ভ আৰু আচেৰা মূৰ্ত্তিবোৰ স্থাপন কৰিছিল; ১১ আৰু যিহোৱাই সিবিলাকৰ আগেয়ে দেশান্তৰ কৰা জাতিবিলাকৰ কাৰ্য্যৰ নিচিনাকৈ সিবিলাকে আপোনাবিলাকৰ সেই দেশৰ আটাই ওখ ঠাইবোৰত ধূপ জ্বলাইছিল, আৰু যিহোৱাক বেজাৰ দিবলৈ কুকৰ্ম্ম কৰিছিল; ১২ আৰু তোমালোকে এনে কৰ্ম্ম নকৰিবা বুলি যিহোৱাই যিহৰ বিষয়ে কৈছিল, সিবিলাকে সেই মূৰ্ত্তিবোৰক পূজা কৰিছিল। ১৩ তথাপি যিহোৱাই আপোনাৰ সকলো ভাববাদী আৰু দৰ্শকবিলাকৰ দ্বাৰায় ইস্ৰায়েলৰ আৰু যিহূদাৰ বিৰুদ্ধে সাক্ষ্য দি এই ৰূপ কথা কৈছিল, বোলে, তোমালোকে আপোনাবিলাকৰ আটাই কুপথৰ পৰা ঘূৰা: আৰু মই তোমালোকৰ ওপৰ-পিতৃবিলাকক দিয়া, আৰু মোৰ দাস ভাববাদীবিলাকৰ দ্বাৰায় মই তোমালোকৰ ওচৰলৈ পঠোৱা গোটেই ব্যৱস্থা অনুসাৰে মোৰ আজ্ঞা আৰু বিধিবোৰ পালন কৰা। ১৪ কিন্তু সিবিলাকে কথা নুশুনি, আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাত বিশ্বাস নকৰা আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ নিচিনাকৈ ডিঙি ঠৰ কৰিছিল। ১৫ আৰু তেওঁৰ বিধিবোৰ, সিবিলাকৰ ওপৰ-পিতৃবিলাকৰ লগত তেওঁ কৰা নিয়মটী, আৰু আপোনাবিলাকৰ বিৰুদ্ধে দিয়া তেওঁৰ সাক্ষ্যবোৰ সিবিলাকে অগ্ৰাহ্য কৰি অসাৰ মূৰ্ত্তিবোৰৰ পাছত চলোঁতা হৈ আপোনাবিলাকো অসাৰ হৈছিল; আৰু যিহোৱাই যিবোৰৰ নিচিনাকৈ কাৰ্য্য কৰিবলৈ নিষেধ কৰিছিল, চাৰিওফালে থকা সেই জাতিবোৰৰ দৰে সিবিলাক চলোঁতা হৈছিল। ১৬ আৰু সিবিলাকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ সকলো আজ্ঞা ত্যাগ কৰি, আপোনাবিলাকৰ নিমিত্তে সাঁচত ঢলা মূৰ্ত্তি অৰ্থাৎ দুটা দামুৰি সাজিছিল, এটা আচেৰা মূৰ্ত্তি স্থাপন কৰিছিল, আকাশ-মণ্ডলৰ আটাই বাহিনীবিলাকৰ আগত প্ৰণিপাত কৰিছিল, আৰু বালক পূজা কৰিছিল। ১৭ আৰু

সিবিলাকে আপোন পো-জীবিলাকক অগ্নিৰ মাজেদি গমন কৰাইছিল, মঙ্গল চোৱা কাৰ্য্য ও মায়াকৰ্ম্ম কৰিছিল, আৰু যিহোৱাক বেজাৰ দিবৰ অৰ্থে তেওঁৰ সাক্ষাতে কু-আচৰণ কৰিবলৈ আপোনাবিলাকক বেচিছিল। ১৮ এই হেতুকে যিহোৱাই ইস্ৰায়েলৰ ওপৰত অতিশয় ক্ৰুদ্ধ হৈ, সিবিলাকক আপোনাৰ দৃষ্টিৰ পৰা দূৰ কৰিলে; যিহূদা ফৈদৰ বাহিৰে আৰু অৱশিষ্ট নেথাকিল। ১৯ আৰু যিহূদাৰ লোকবিলাকেও আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ আজ্ঞা পালন নকৰি, ইস্ৰায়েলে স্থাপন কৰা বিধি অনুসাৰে চলিলে ২০ যিহোৱাই ইস্ৰায়েলৰ সকলো বংশক অগ্ৰাহ্য কৰি দুঃখ দিলে, আৰু আপোনাৰ দৃষ্টিৰ পৰা দূৰ নকৰিলেমানলৈকে সিবিলাকক লুট কৰোঁতাবোৰৰ হাতত সোধাই দিলে। ২১ কিয়নো তেওঁ দায়ূদৰ বংশৰ পৰা ইস্ৰায়েলক কাঢ়ি লৈছিল, আৰু সিবিলাকে নবাটৰ পুতেক যাৰবিয়ামক ৰজা পাতিছিল; সেই যাৰবিয়ামে যিহোৱাৰ পাছত চলাৰ পৰা ইস্ৰায়েলক অঁতৰাই সিবিলাকক মহাপাপ কৰাইছিল; ২২ আৰু যাৰবিয়ামে যিবোৰ পাপ কৰিছিল, ইস্ৰায়েলৰ সন্তানবিলাকে সেইবোৰ পাপত চলিছিল, সেইবোৰৰ পৰা আঁতৰ নহৈছিল। ২৩ শেষত যিহোৱাই আপোন দাস ভাববাদীবিলাকৰ মুখে কোৱা আপোন বাক্য অনুসাৰে ইস্ৰায়েলক আপোনাৰ দৃষ্টিৰ পৰা দূৰ কৰিলে। এই ৰূপে ইস্ৰায়েলক আপোন দেশৰ পৰা অচূৰ দেশলৈ নিয়া হল; আজিলৈকে সিবিলাক সেই ঠাইতে আছে।

২৪ পাছে অচূৰৰ ৰজাই বাবিল, কূথা, অব্বা, হমাৎ, আৰু চৰ্ফৰ্বয়িমৰ পৰা লোকবিলাকক আনি, ইস্ৰায়েলৰ সন্তানবিলাকৰ সলনি সিহঁতক চমৰিয়াৰ নগৰবোৰত বহুৱালে; তাতে সিহঁতে চমৰিয়া অধিকাৰ কৰি তাৰ নগৰবোৰত বসতি কৰিলে। ২৫ সেই ঠাইত সিহঁতে বসতি কৰিবলৈ আৰম্ভ কৰা কালত সিহঁতে যিহোৱাক ভয় নকৰিলে; এই হেতুকে যিহোৱাই সিহঁতৰ মাজলৈ সিংহ পঠাই দিলে, আৰু সেই সিংহবোৰে সিহঁতৰ মাজৰ কেতবোৰক মাৰিলে। ২৬ এই কাৰণে সিহঁতে অচূৰৰ ৰজাৰ আগত কলে, আপুনি যি জাতিবোৰক নি চমৰিয়াৰ নগৰবোৰত বহুৱালে, সিহঁতে সেই দেশৰ ঈশ্বৰৰ নিয়ম-প্ৰণালী নেজানে; এই নিমিত্তে তেওঁ সিহঁতৰ মাজলৈ সিংহ পঠালে, আৰু দেখোক, সেই সিংহবোৰে সিহঁতক মাৰি পেলাইছে, কিয়নো সিহঁতে সেই দেশৰ ঈশ্বৰৰ নিয়ম-প্ৰণালী নেজানে। ২৭ তেতিয়া অচূৰৰ ৰজাই এই আজ্ঞা কৰিলে, তাৰ পৰা অনা পুৰোহিতবিলাকৰ এটাক সপৰিবাৰে তোমালোকে তালৈ লৈ যোৱা; সিহঁতে গৈ তাত বসতি কৰোক, আৰু সি সেই দেশীয় লোকবিলাকক সেই দেশৰ ঈশ্বৰৰ নিয়ম-প্ৰণালী শিকাওক। ২৮ পাছে চমৰিয়াৰ পৰা দেশান্তৰ কৰি নিয়া পুৰোহিতবিলাকৰ মাজৰ এজনে আহি বৈৎএলত নিবাস কৰিলে; আৰু কি ৰূপে যিহোৱাক ভয় কৰিব লাগে, সি তাক সিহঁতক শিকালে। ২৯ তথাপি সিহঁতৰ প্ৰত্যেক জাতিয়ে আপোন আপোন দেৱতাবোৰ নিৰ্ম্মাণ কৰিলে, আৰু প্ৰত্যেক জাতিয়ে আপোন আপোন নিবাস কৰা নগৰত চমৰীয়াবিলাকে সজা ওখ ঠাইবোৰৰ ঘৰবোৰত আপোন আপোন দেৱতাবোৰ থলে। ৩০ এই ৰূপে বাবিলৰ লোকবিলাকে চক্কোৎ-বনোৎ, কূথৰ লোকবিলাকে নেৰ্গল, হমাতৰ লোকবিলাকে অচীমা, ৩১ আৰু অব্বীয়াবিলাকে নিভজ আৰু তৰ্তক সাজিলে; আৰু চৰ্ফৰ্বয়িমৰ লোকবিলাকে অদ্ৰম্মেলক আৰু অনম্মেলক নামেৰে চৰ্ফৰ্বয়িমৰ এই দুই দেৱতাৰ উদ্দেশে আপোন আপোন সন্তানবিলাকক জুইত দগ্ধ কৰিলে। ৩২ এই ৰূপে সিহঁতে যিহোৱাক ভয় কৰিলে, আৰু আপোনাবিলাকৰ নিমিত্তে আপোনাবিলাকৰ মাজৰ পৰা ওখ ঠাইবোৰৰ পুৰোহিত নিযুক্ত কৰিলে; সেই পুৰোহিতবিলাকেই সিহঁতৰ নিমিত্তে ওখ ঠাইবোৰৰ ঘৰবোৰত বলিদান কৰিলে। ৩৩ সিহঁতে যিহোৱাক ভয় কৰিলে, আৰু যি জাতিবিলাকৰ মাজৰ পৰা সিহঁতক অনা হল, সেই জাতিবিলাকৰ নিয়ম-প্ৰণালী অনুসাৰে আপোন আপোন দেৱতাবোৰকো পূজা কৰিলে। ৩৪ সিহঁতে আজিলৈকে পূৰ্ব্বকালৰ নিয়ম-প্ৰণালী অনুসাৰে কৰ্ম্ম কৰি আছে; সিহঁতে যিহোৱাক ভয় নকৰে; আৰু যাৰ নাম যিহোৱাই ইস্ৰায়েল ৰাখিলে, সেই যাকোবৰ সন্তানবিলাকৰ বিধিবোৰ, বা শাসন-প্ৰণালীবোৰ, বা ব্যৱস্থা, বা যিহোৱাই সিবিলাকক দিয়া

আজ্ঞাৰ দৰে সিহঁতে কাৰ্য্য নকৰে। [৩৫] যিহোৱাই সিবিলাকে সৈতে এটা নিয়ম কৰি এই আজ্ঞা দিছিল, তোমালোকে ইতৰ দেৱতাবোৰক ভয় নকৰিবা, বা সিহঁতৰ আগত প্ৰণিপাত নকৰিবা, বা সিহঁতক পূজা নকৰিবা, বা সিহঁতৰ উদ্দেশে বলিদান নকৰিবা ; [৩৬] কিন্তু যি জনাই মহাপৰাক্ৰমেৰে আৰু মেলা বাহুৰে মিচৰ দেশৰ পৰা তোমালোকক উলিয়াই আনিলে, সেই যিহোৱাকহে ভয় কৰিবা, আৰু তেওঁৰেই আগত প্ৰণিপাত কৰিবা, আৰু তেওঁৰেই উদ্দেশে বলিদান কৰিবা ; [৩৭] আৰু তেওঁ তোমালোকৰ কাৰণে যি যি বিধি, যি যি শাসন-প্ৰণালী, যি ব্যৱস্থা, আৰু যি আজ্ঞা লিখি দিলে, সদায় তাৰ দৰে চলিবলৈ তাকেই পালন কৰিবা, কিন্তু ইতৰ দেৱতাবোৰক ভয় নকৰিবা ; [৩৮] আৰু মই তোমালোকে সৈতে কৰা নিয়মটো নেপাহৰিবা, আৰু ইতৰ দেৱতাবোৰকো ভয় নকৰিবা। [৩৯] কিন্তু আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাকেই ভয় কৰিবা ; তাতে তেৱেঁই তোমালোকৰ সকলো শত্ৰুৰ হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিব। [৪০] তথাপি সিহঁতে কথা নুশুনি, আপোনাবিলাকৰ পূৰ্ব্বৰ নিয়ম-প্ৰণালী অনুসাৰে চলিলে। [৪১] এই ৰূপে সেই জাতিবিলাকে যিহোৱাকো ভয় কৰিলে, আৰু আপোনাবিলাকৰ কটা-প্ৰতিমাকো পূজা কৰিলে ; সিহঁতৰ ওপৰ-পিতৃবিলাকে যি ৰূপে কৰিছিল, সিহঁতৰ পো-নাতিবিলাকেও সেই ৰূপে আজিলৈকে কৰি আহিছে।

হিষ্কিয়াৰ ৰাজত্ব। অচূৰীয়াহঁতৰ পৰা ইস্ৰায়েলে ৰক্ষা পোৱা।

১৮ এলাৰ পুত্ৰ ইস্ৰায়েলৰ ৰজা হোচেয়াৰ ৰাজত্বৰ তৃতীয় বছৰত, যিহূদাৰ ৰজা আহজৰ পুত্ৰ হিষ্কিয়াই ৰাজত্ব কৰিবলৈ ধৰিলে। [২] তেওঁ পঁচিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত উনত্ৰিশ বছৰ ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম জখৰিয়াৰ জীয়েক অবী। [৩] তেওঁ আপোন ওপৰ-পিতৃ দায়ূদৰ সকলো কৰ্ম্মৰ দৰে, যিহোৱাৰ দৃষ্টিত যি ন্যায়, তাকে কৰিলে। [৪] তেওঁ ওখ ঠাইবোৰ গুচালে, স্তম্ভবোৰ ভাঙ্গি পেলালে, আৰু আচেৰা মূৰ্ত্তি কাটি পেলালে ; আৰু মোচিয়ে নিৰ্ম্মাণ কৰা পিত্তলৰ সাপটো তেওঁ ডোখৰ-ডোখৰকৈ ভাঙ্গি পেলালে ; কিয়নো সেই কাললৈকে ইস্ৰায়েলৰ সন্তানবিলাকে তাৰ উদ্দেশে ধূপ জ্বলাইছিল ; আৰু তাৰ নাম নহুষ্টন ৰখা হৈছিল। [৫] তেওঁ ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাত এনে বিশ্বাস কৰিলে, যে, যিহূদাৰ ৰজাবিলাকৰ মাজত তেওঁৰ নিচিনা কোনো নহল, আৰু তেওঁৰ পূৰ্ব্বেও কোনো নাছিল। [৬] কিয়নো তেওঁ যিহোৱাত আসক্ত আছিল, তেওঁৰ পাছত চলাৰ পৰা তেওঁ আঁতৰ নহল, বৰং যিহোৱাই মোচিক যি যি আজ্ঞা দিছিল, তেওঁৰ সেইবোৰ আজ্ঞা পালন কৰিলে। [৭] যিহোৱা তেওঁৰ লগে লগে আছিল ; তেওঁ যলৈকে গৈছিল, তাতেই তেওঁ কৃতকাৰ্য্য হৈছিল : তেওঁ অচূৰৰ ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰি তেওঁৰ অধীনে আৰু নেথাকিল। [৮] ঘচা আৰু তাৰ সীমালৈকে, পৰীয়াবোৰৰ ওখ ঘৰৰে পৰা গড়েৰে আবৃত হোৱা নগৰলৈকে তেওঁ পলেষ্টীয়াবিলাকক পৰাজয় কৰিলে।

[৯] হিষ্কিয়া ৰজাৰ ৰাজত্বৰ চতুৰ্থ বছৰত, অৰ্থাৎ ইস্ৰায়েলৰ ৰজা এলাৰ পুত্ৰ হোচেয়াৰ ৰাজত্বৰ সপ্তম বছৰত, অচূৰৰ চল্মনেচৰ ৰজাই চমৰিয়াৰ বিৰুদ্ধে আহি তাক অৱৰোধ কৰিলে। [১০] আৰু তিনি বছৰৰ মূৰত সিহঁতে তাক হাত কৰি ললে ; হিষ্কিয়া ৰজাৰ ৰাজত্বৰ ষষ্ঠ বছৰত, অৰ্থাৎ ইস্ৰায়েলৰ হোচেয়া ৰজাৰ ৰাজত্বৰ নৱম বছৰত চমৰিয়া হাত কৰি লোৱা হল। [১১] পাছে অচূৰৰ ৰজাই ইস্ৰায়েলক অচূৰ দেশলৈ লৈ গৈ, হলহত, হাবোৰত, গোজনৰ নদীৰ পাৰত, আৰু মাদীয়াবিলাকৰ নানা নগৰত বাস কৰালে ; [১২] কাৰণ সিবিলাকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ বাক্যলৈ কাণ নিদি, তেওঁৰ নিয়ম, অৰ্থাৎ যিহোৱাৰ দাস মোচিৰ সকলো আজ্ঞা লঙ্ঘন কৰিলে, তাক শুনিবলৈ বা পালন কৰিবলৈ ইচ্ছা নকৰিলে।

[১৩] পাছে হিষ্কিয়া ৰজাৰ ৰাজত্বৰ চতুৰ্দ্দশ বছৰত, অচূৰৰ চন্হেৰীব ৰজাই গড়েৰে আবৃত হোৱা যিহূদাৰ সকলো নগৰবোৰৰ বিৰুদ্ধে আহি, সেই সকলোকে হাত কৰি ললে। [১৪] তাতে যিহূদাৰ হিষ্কিয়া ৰজাই লাখীচলৈ অচূৰৰ ৰজাৰ ওচৰলৈ কৈ পঠালে, বোলে, মই দোষ কৰিলোঁ ; মোৰ ওচৰৰ পৰা আপুনি উভটি যাওক ; আপুনি মোৰ যি দণ্ড নিৰূপণ কৰিব, মই তাকে দিম ;

তাতে অচূৰৰ ৰজাই যিহূদাৰ হিষ্কিয়া ৰজাৰ তিনি শ কিক্কৰ ৰূপ আৰু ত্ৰিশ কিক্কৰ সোণ দণ্ড নিৰূপণ কৰিলে। ১৫ এই হেতুকে হিষ্কিয়াই যিহোৱাৰ গৃহত আৰু ৰাজগৃহৰ ভঁৰালত পোৱা সকলো ৰূপ তেওঁক দিলে। ১৬ আৰু যিহূদাৰ ৰজা হিষ্কিয়াই যিহোৱাৰ মন্দিৰৰ যি যি দুৱাৰত আৰু যি যি চৌকাঠত সোণৰ পতা মাৰিছিল, সেইবোৰ হিষ্কিয়াই সেই কালত কাটি অচূৰৰ ৰজাক দিলে। ১৭ পাছে অচূৰীয়া ৰজাই লাখীচৰ পৰা তৰ্তন, ৰব্‌চাৰীচ, আৰু ৰব্‌চাকিক বহু সৈন্য-সামন্তই সৈতে যিৰূচালেমলৈ হিষ্কিয়া ৰজাৰ ওচৰলৈ পঠালে; তেওঁবিলাকে যাত্ৰা কৰি আহি যিৰূচালেম পালেহি, আৰু উঠি আহি ধোবা-পথাৰৰ ৰাজ-আলিৰ কোষত থকা ওপৰ-পুখুৰিৰ নলাৰ ওচৰত থিয় হলহি। ১৮ পাছে তেওঁবিলাকে ৰজাক মাতিলত, হিষ্কিয়াৰ পুত্ৰ ৰজাৰ ঘৰগিৰি ইলিয়াকীম, ৰাজলিখক চেব্‌না, আৰু ইতিহাসলিখক আচফৰ পুত্ৰ যোৱাহে ওলাই গৈ তেওঁবিলাকে সৈতে সাক্ষাৎ কৰিলে। ১৯ তেতিয়া ৰব্‌চাকিয়ে তেওঁবিলাকক কলে, তোমালোকে এতিয়া হিষ্কিয়াক এই কথা কোৱা, মহাৰাজ অচূৰীয়া ৰজাই এই কথা কৈছে, তুমি যিহত আশা কৰিছা, তাত কি বিশ্বাস? ২০ তুমি কৈছা, ৰণবিষয়ক মোৰ মন্ত্ৰণা আৰু পৰাক্ৰম আছে; কিন্তু সেইবোৰ মুখৰ কথা মাত্ৰ। তুমি কাৰ ওপৰত ভাৰসা কৰি মোৰ অহিতে বিদ্ৰোহ-আচৰণ কৰিছা? ২১ দেখা, তুমি সেই থেঁতেলা খোৱা লাখুটি মিচৰত ভাৰসা কৰিছা: কোনোৱে সেই লাখুটিত ভৰ দিলে, সেয়ে তাৰ হাতত ফুটি সোমাব; মিচৰৰ ৰজা যি ফৰৌণ, তেওঁত ভাৰসা কৰা সকলোলৈ তেওঁ তেনেকুৱা। ২২ আৰু যদি তোমালোকে মোক কোৱা, যে, আমি আপোন ঈশ্বৰ যিহোৱাত ভাৰসা কৰিছোঁ, তেন্তে মই কওঁ, হিষ্কিয়াই যি জনাৰ ওখ ঠাই আৰু যজ্ঞবেদি-বোৰ গুচাই যিহূদাৰ আৰু যিৰূচালেমৰ লোক-বিলাকক কলে, বোলে, তোমালোকে যিৰূ-চালেমত এই যজ্ঞবেদিৰ গুৰিতে সেৱা কৰা, তেওঁ জানো সেই জনাই নহয়? ২৩ শুনা, তুমি এতিয়া মোৰ প্ৰভু অচূৰীয়া ৰজাৰ লগত কথা বান্ধা; যদি তুমি ঘোঁৰাত উঠিব পৰা দুই হাজাৰ মানুহ দিব পাৰা, তেন্তে মই তোমাক দুই হাজাৰ ঘোঁৰা দিম। ২৪ তুমি যদি ইয়াকে কৰিব নোৱাৰা, তেন্তে মোৰ প্ৰভুৰ দাসবিলাকৰ মাজৰ সক-লোতকৈ সৰু সেনাপতি এজনকে কেনেকৈ ঘটাবা? আৰু তুমি ৰথ ও ঘোঁৰাৰ নিমিত্তে মিচৰত কেনেকৈ ভাৰসা কৰিছা? ২৫ মই জানো যিহোৱাৰ বিনা-অনুমতিত, এই ঠাই বিনষ্ট কৰিবলৈ ইয়াৰ অহিতে উঠি আহিলোঁ? যিহোৱাই মোক কলে, তুমি সেই দেশৰ অহিতে উঠি গৈ তাক বিনষ্ট কৰা। ২৬ তেতিয়া হিষ্কিয়াৰ পুত্ৰ ইলিয়াকীমে, চেব্‌না আৰু যোৱাহে ৰব্‌-চাকিক কলে, বিনয় কৰোঁ, আপোনাৰ দাস-বিলাকক অৰামীয়া ভাষাৰে কওক; কিয়নো আমি তাক বুজিব পাৰোঁ; কিন্তু গড়ৰ ওপৰত থকা লোকবিলাকে শুনাকৈ যিহূদী ভাষাৰে আমাক নকব। ২৭ কিন্তু ৰব্‌চাকিয়ে তেওঁ-বিলাকক কলে, মোৰ প্ৰভুৱে কেৱল তোমাৰ প্ৰভুৰেই ওচৰলৈ, আৰু তোমাৰেই ওচৰলৈ জানো এইবোৰ কবলৈ মোক পঠাইছে? যি লোকবিলাকে তোমালোকৰ লগত আপোন আপোন বিষ্ঠা খাবলৈ, আৰু আপোন আপোন মূত পান কৰিবলৈ গড়ৰ ওপৰত বহি আছে, সিহঁতৰো ওচৰলৈ জানো মোক পঠোৱা নাই? ২৮ পাছে ৰব্‌চাকিয়ে থিয় হৈ যিহূদী ভাষাৰে ৰিঙিয়াই কলে, তোমালোকে মহাৰাজ অচূৰীয়া ৰজাৰ কথা শুনা। ২৯ ৰজাই এই ৰূপে কৈছে, হিষ্কিয়াই তোমালোকক নুভুলাওক: কিয়নো তেওঁৰ হাতৰ পৰা তোমালোকক ৰক্ষা কৰি-বলৈ তাৰ সাধ্য নাই। ৩০ যিহোৱাই আমাক অৱশ্যে উদ্ধাৰ কৰিব, অচূৰীয়া ৰজাৰ হাতত এই নগৰ কেতিয়াও সোধাই নিয়া নহব, এই কথা কৈ হিষ্কিয়াই তোমালোকক যিহোৱাত ভাৰসা ন-কৰাওক। ৩১ তোমালোকে হিষ্কিয়াৰ কথা নুশুনিবা; কিয়নো অচূৰীয়া ৰজাই এই ৰূপে কৈছে, তোমালোকে মোৰ লগত সন্ধি পাতা, আৰু মোৰ ওচৰলৈ ওলাই আহাঁ: ৩২ আৰু তোমালোক নমৰি জীয়াই থাকিবৰ নিমিত্তে, মই আহি তোমালোকৰ নিজ দেশৰ নিচিনা শস্য আৰু দ্ৰাক্ষাৰস থকা এক দেশ, অন্ন আৰু দ্ৰাক্ষাবাৰী থকা এক দেশ, তেল উৎপন্ন কৰা জিতবৃক্ষ আৰু মধু থকা এক দেশলৈ তোমা-লোকক লৈ নেযাওঁমানে, তোমালোক প্ৰতিজনে

আপোন আপোন দ্ৰাক্ষাগুটি আৰু ডিমৰু গুটি ভোজন কৰা, আৰু আপোন আপোন নাদৰ পানী পান কৰা। যিহোৱাই আমাক উদ্ধাৰ কৰিব বুলি হিষ্কিয়াই যেতিয়া তোমালোকক ভুলাব খোজে, তেতিয়া তোমালোকে তাৰ কথা নুশুনিবা। [33] জাতিবিলাকৰ দেৱতাবোৰৰ কোনো এজনে জানো অচূৰীয়া ৰজাৰ হাতৰ পৰা আপোন দেশ উদ্ধাৰ কৰিছিল? [34] হমাতৰ আৰু অৰ্পদৰ দেৱতাবোৰ ক'ত? চৰ্ফৰ্ব্বয়িমৰ, হেনাৰ, আৰু ইব্বাৰ দেৱতাবোৰ ক'ত? সিহঁতে জানো মোৰ হাতৰ পৰা চমৰিয়াক উদ্ধাৰ কৰিছিল? [35] সেই দেশবোৰৰ দেৱতাবোৰৰ মাজৰ কোন্‌বোৰে মোৰ হাতৰ পৰা নিজ দেশ উদ্ধাৰ কৰিছিল, যে, যিহোৱাই মোৰ হাতৰ পৰা যিৰূচালেমক উদ্ধাৰ কৰিব পাৰিব? [36] কিন্তু লোকবিলাক মনে মনে থাকিল, সিবিলাকে তেওঁক এটা কথাৰো উত্তৰ নিদিলে; কিয়নো, তাক উত্তৰ নিদিবা বুলি ৰজাৰ আজ্ঞা আছিল। [37] পাছে হিল্কিয়াৰ পুত্ৰ ৰজাৰ ঘৰগিৰি ইলিয়াকীম, ৰাজলিখক চেব্‌না, আৰু ইতিহাসলিখক আচফৰ পুত্ৰ যোৱাহে আপোন আপোন কাপৰ ফালি হিষ্কিয়াৰ ওচৰলৈ আহি ৰব্‌চাকিৰ কথা জনালে।

**১৯** তাক শুনামাত্ৰে হিষ্কিয়া ৰজাই আপোন বস্ত্ৰ ফালি চট কাপৰ পিন্ধি যিহোৱাৰ গৃহত সোমাল। [2] আৰু চট কাপৰ পিন্ধা ৰজাৰ ঘৰগিৰি ইলিয়াকীম, ৰাজলিখক চেব্‌না, আৰু পুৰোহিতবিলাকৰ বৃদ্ধ লোকক আমোচৰ পুত্ৰ যিচয়া ভাববাদীৰ ওচৰলৈ তেওঁ পঠাই দিলে। [3] পাছে তেওঁবিলাকে তেওঁক কলে, হিষ্কিয়াই এই কথা কৈছে, আজি সঙ্কট, ধমকি, আৰু অপমানৰ দিন; কিয়নো লৰাবোৰ প্ৰসৱদুৱাৰলৈ আহিল, কিন্তু প্ৰসৱ কৰিবলৈ শক্তি নাই। [4] যি ৰব্‌চাকিক আপোন প্ৰভু অচূৰীয়া ৰজাই জীৱন্ত ঈশ্বৰক ধিক্কাৰ দিবলৈ পঠাইছিল, কিজানি আপোনাৰ ঈশ্বৰ যিহোৱাই সেই ৰব্‌চাকিৰ আটাই কথা শুনিব, আৰু আপোনাৰ ঈশ্বৰ যিহোৱাই নিজে শুনা কথাৰ নিমিত্তে দণ্ড দিব; এই হেতুকে বৰ্ত্তমানে থকা অৱশিষ্ট ভাগৰ নিমিত্তে আপুনি প্ৰাৰ্থনা উৎসৰ্গ কৰোক। [5] এই ৰূপে হিষ্কিয়া ৰজাৰ দাসবিলাক যিচয়াৰ ওচৰলৈ গলত, [6] যিচয়াই তেওঁবিলাকক কলে, তোমালোকৰ প্ৰভুক এই কথা কোৱাগৈ, যিহোৱাই এই কথা কৈছে, তুমি যি বাক্য শুনিলা, আৰু যিহৰ দ্বাৰায় অচূৰীয়া দাসবোৰে মোক নিন্দা কৰিলে, সেই সকলো কথালৈ ভয় নকৰিবা। [7] দেখা, মই তাৰ অন্তৰত এক আত্মা স্থিতি কৰিম; আৰু সি কোনো সম্বাদ শুনি আপোন দেশলৈ উলটি যাব; পাছে মই তাৰ দেশত তাক তৰোৱালেৰে নিপাত কৰিম।

[8] পাছে ৰব্‌চাকিয়ে উভটি গৈ, অচূৰীয়া ৰজাক লিব্‌নাৰ অহিতে যুদ্ধ কৰা পালে; কিয়নো ৰব্‌চাকিয়ে, তেওঁ লাখীচৰ পৰা গল বুলি বাৰ্ত্তা পাইছিল। [9] পাছে তেওঁ কুচ দেশৰ তিৰ্হাকা ৰজাৰ বিষয়ে এই কথা শুনিলে, যে, তেওঁ তোমাৰ বিৰুদ্ধে যুদ্ধ কৰিবৰ অৰ্থে ওলাই আহিছে; ইয়াকে শুনি তেওঁ হিষ্কিয়াৰ ওচৰলৈ পুনৰায় দূত পঠাই কলে, [10] তোমালোকে যিহুদাৰ হিষ্কিয়া ৰজাক এই কথা কোৱাগৈ, তুমি যি ঈশ্বৰত ভাৰসা কৰিছা, অচূৰীয়া ৰজাৰ হাতত যিৰূচালেমক সোধাই দিয়া নহব বুলি তোমাৰ সেই ঈশ্বৰে তোমাক নুভুলাওক। [11] দেখা, সকলো দেশ একেবাৰে নষ্ট কৰিবৰ নিমিত্তে অচূৰীয়া ৰজাবিলাকে সেইবোৰক কি কৰিছিল, তাক তুমি শুনিবলৈ পালা; তেন্তে তুমি জানো ৰক্ষা পাবা? [12] মোৰ ওপৰ-পিতৃবিলাকে বিনষ্ট কৰা জাতি যি গোজন, হাৰণ, ৰেচফ, আৰু তলচ্ছাৰত থকা এদনৰ সন্তানবোৰ, সিহঁতৰ দেৱতাবোৰে জানো সিহঁতক ৰক্ষা কৰিছিল? [13] হমাতৰ ৰজা, অৰ্পদৰ ৰজা, চৰ্ফৰ্ব্বয়িম নগৰৰ ৰজা, হেনাৰ আৰু ইব্বাৰ ৰজা ক'ত? [14] পাছে হিষ্কিয়াই দূতবিলাকৰ হাতৰ পৰা পত্ৰখন লৈ পাঠ কৰিলে; আৰু তেওঁ যিহোৱাৰ গৃহলৈ উঠি গৈ যিহোৱাৰ সন্মুখত তাক মেলি দিলে। [15] আৰু হিষ্কিয়াই যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কলে, হে কৰূব দুটাৰ মাজত বসতি কৰা ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা, তুমি ঈশ্বৰ, পৃথিবীৰ সকলো ৰাজ্যৰ মাজত কেৱল তুমিয়েই ঈশ্বৰ; তুমিয়েই আকাশ-মণ্ডল' আৰু পৃথিবী নিৰ্ম্মাণ কৰিলা। [16] হে যিহোৱা, কাণ পাতি শুনা; হে যিহোৱা,

তোমার চকু মেলি দৃষ্টি করা, আরু জীবন্ত ঈশ্বরক ধিক্কার দিবর অর্থে চন্হেরীবে কৈ পঠোৱা কথা শুনা। ১৭ হে যিহোৱা, স্বরূপেই অচূরীয়া রজাবিলাকে জাতিবিলাকক, আরু সিহঁতর দেশ উচ্ছন্ন করিলে, ১৮ আরু সিহঁতর দেৱতাবোরক জুইত পেলালে; কিয়নো সেই-বোর দেৱতা নহয়, মনুষ্যর হাতর কার্য্য কাঠ আরু শিল মাথোন; এই নিমিত্তে সিবিলাকে সেইবোর বিনষ্ট করিলে। ১৯ এই হেতুকে, হে আমার ঈশ্বর যিহোৱা,ময় এতিয়া নিবেদন করোঁ, অকল তুমিয়েই যে যিহোৱা, ইয়াক পৃথিবীর আটাই রাজ্যর লোকবিলাকে জানি-বর নিমিত্তে, তুমি তেওঁর হাতর পরা আমাক নিস্তার করা।

২০ পাছে আমোচর পুত্র যিচয়াই হিষ্কিয়ার ওচরলৈ এই কথা কৈ পঠালে, ইস্রায়েলর ঈশ্বর যিহোৱাই এই কথা কৈছে, তুমি অচূরর চন্-হেরীব রজার অহিতে মোর আগত প্রার্থনা করিলা; তাক ময় শুনিলোঁ। ২১ সেই বিষয়ে যিহোৱাই এই কথা কৈছে, কুমারী চিয়োন-জীয়ারীয়ে তোমাক হেয়জ্ঞান করিছে, আরু তোমাক হাঁহিছে; যিরূচালেম-জীয়ারীয়ে তোমার পাছত মূর জোকারিছে। ২২ তুমি কাক ধিক্কার দিলা? কাক নিন্দা করিলা? কার বিরুদ্ধে উচ্চ-স্বরেরে কথা কলা, আরু ঊর্দ্ধদৃষ্টি করিলা? ইস্রায়েলর পবিত্র জনার বিরুদ্ধেই করিলা। ২৩ তুমি আপোন দূতবোরর দ্বারায় প্রভুক ধিক্কার দিয়ালা, আরু কলা, মোর অধিক রথে সৈতে ওখ পর্ব্বতবোরর টিঙলৈকে, লিবা-নোনর ভিতর ভাগলৈকে উঠি গলোঁ; আরু ময় তার ওখ ওখ এরচ বৃক্ষবোর, আরু তার উত্তম উত্তম দেবদারু গছবোর কাটি পেলাম; আরু ময় তার নিচেই দূরত থকা তার বসতির ঠাইত, তার ফলৱতী উদ্যানর কাঠনিত সোমাম। ২৪ ময় খানি খানি অসাধারণ জল পান করিলোঁ, আরু ময় মোর ভরির তলুৱারে মিচরর সকলো সুঁতীবোর শুকুৱাম। ২৫ বহু কালরে পরা ময় তাক কেনেকৈ স্থির করিলোঁ, আরু প্রাচীন কালত ময় তাক কেনেকৈ কল্পনা করিলোঁ, তাক তুমি জানো শুনা নাই? ' তুমি যেন গড়েরে আবৃত নগরবোর উচ্ছন্ন করি ভগ্নরাশি করিব পারা, এই অভিপ্রায়েরে ময় এতিয়া তাক সিদ্ধ করিলোঁ। ২৬ এই হেতুকে সেই-বোরর নিবাসীবিলাক দুর্ব্বল আছিল; সিহঁতে অতিশয় ভয় পাই ব্যাকুল হৈছিল; সিহঁত পথারর তৃণ, কুমলীয়া বন, ঘরর চালত গজা ঘাঁহ, আরু পকিবলৈ মৌ পাওঁতেই শুকাই যোৱা শস্যর নিচিনা হৈছিল। ২৭ কিন্তু তুমি বহা, তুমি বাহিরলৈ ভিতরলৈ অহা-যোৱা করা, আরু মোর বিরুদ্ধে তুমি খং-রাগ করা, এই সকলোকে ময় জানিছোঁ। ২৮ তুমি মোর বিরুদ্ধে খং-রাগ করার কারণে, আরু তোমার অহঙ্কারর কথা মোর কাণত পড়ার কারণে, ময় তোমার নাকত মোর হাঁকোটা, আরু তোমার মুখত মোর লাগাম লগাম, আরু যি বাটেদি তুমি আহিলা, সেই বাটেদিয়েই তোমাক ওভোটাম। ২৯ আরু তোমার নিমিত্তে এয়ে এক চিন হব, যে, এই বছরত আপুনি উৎপন্ন হোৱা শস্য, আরু দ্বিতীয় বছরত তার গুরির পরা উৎপন্ন হোৱা শস্য তোমালোকে ভোজন করিবা; পাছে তোমালোকে তৃতীয় বছরত কঠিয়া সিঁচি শস্য দাবা, আরু দ্রাক্ষাবারী পাতি তার ফল ভোগ করিবা। ৩০ যিহূদা বংশর রক্ষা পোৱা অবশিষ্ট লোকে পুনরায় তললৈ শিপা মেলিব, আরু ওপরত গুটি ধরিব। ৩১ কিয়নো যিরূ-চালেমর পরা অবশিষ্ট ভাগ, আরু চিয়োন পর্ব্বতর পরা রক্ষা পোৱা লোক ওলাই যাব; যিহোৱার মর্য্যাদা রখা উৎসাহে ইয়াক সিদ্ধ করিব। ৩২ এই হেতুকে অচূরীয়া রজার বিষয়ে যিহোৱাই এই কথা কৈছে, তেওঁ এই নগরলৈ নাহিব, ইয়ালৈ এপাত কাঁড়ো নেমারিব, ইয়ার সম্মুখলৈ ঢাল লৈ নাহিব, আরু ইয়ার বিরুদ্ধে হাদাম নেবান্ধিব। ৩৩ যিহোৱাই কৈছে, তেওঁ যি বাটেদি আহিল, সেই বাটেদিয়েই উভটি যাব, এই নগরলৈ নাহিব; ৩৪ কিয়নো এই নগর রক্ষা করিবলৈ, ময় নিজর আরু মোর দাস দায়ূদর কারণে তার ঢালস্বরূপ হম।

৩৫ পাছে সেই রাতিতে যিহোৱার দূতে ওলাই গৈ, অচূরীয়াহঁতর ছাউনিত এক লাখ পঁচাশী হাজার লোক মারিলে; তাতে লোক-বিলাকে রাতিপুৱা উঠি সিহঁত সকলোকে মরা শব হৈ পড়ি থকা দেখিলে। ৩৬ এই হেতুকে

অচূৰৰ রজা চন্‌হেরীবে উলটি গুচি গৈ নীনবিত বাস করিলে। [37] পাছে তেওঁ আপোনার মিস্রোক নামেরে দেৱতার গৃহত প্রণিপাত করোঁতে, অদ্রম্মেলক আরু চরেচর নামেরে তেওঁর পুতেক দুজনে তেওঁক তরোৱালেরে বধ করিলে; আরু সিহঁত অরারট দেশলৈ পলাই গল। পাছে তেওঁর পুত্র এচর-হদ্দোন তেওঁর পদত রজা হল।

হিষ্কিয়া নরীয়া পড়ি সুস্থ হোৱা। বাবিলর পরা দূত অহা। হিষ্কিয়ার মৃত্যু।

২০ সেই কালত হিষ্কিয়ার সাংঘাতিক নরীয়া হলত, আমোচর পুত্র যিচয়া ভাববাদীয়ে তেওঁর ওচরলৈ আহি কলে, যিহোৱাই এই কথা কৈছে, তুমি আপোন ঘরর বিষয়ে দিহা দিয়া; কিয়নো তোমার মৃত্যু হব, তুমি নিজীবা। [2] তাতে তেওঁ দেৱালর ফাললৈ মুখ ঘূরাই যিহোৱার আগত প্রার্থনা করি কলে, [3] হে যিহোৱা, বিনয় করোঁ, ময় সত্যভাবে আরু শুদ্ধ মনেরে তোমার সাক্ষাতে কি রূপে চলি আহিছোঁ, আরু তোমার দৃষ্টিত কেনে সদাচরণ করি আহিছোঁ, তাক তুমি এতিয়া সোঁৱরণ করা; এই বুলি হিষ্কিয়াই বড়কৈ কান্দিলে। [4] পাছে যিচয়াই ওলাই গৈ নগরর মাজ নৌপাওঁতেই, তেওঁর ওচরলৈ যিহোৱার বাক্য আহিল, বোলে, [5] তুমি উভটি গৈ মোর প্রজাবিলাকর অধিপতি হিষ্কিয়াক কোৱা, তোমার ওপর-পিতৃ দায়ূদর ঈশ্বর যিহোৱাই এই কথা কৈছে, ময় তোমার প্রার্থনা শুনিলোঁ, আরু তোমার চকু-লোত মোর দৃষ্টি পড়িল, দেখা, ময় তোমাক সুস্থ করিম; তৃতীয় দিনা তুমি যিহোৱার গৃহলৈ উঠি যাবা। [6] ময় তোমার আয়ুস পোন্ধের বছর বৃদ্ধি করিম; আরু ময় অচূরীয়া রজার হাতর পরা তোমাক আরু এই নগর উদ্ধার করিম; আরু মোর নিজর ও মোর দাস দায়ূদর কারণে ময় এই নগরর ঢালস্বরূপ হম। [7] পাছে যিচয়াই কলে, ডিমরু গুটি এলদা আনা; তাতে লোকবিলাকে তাক আনি খছুর ওপরত দিলত, তেওঁ সুস্থ হল। [8] সেই কালত হিষ্কিয়াই যিচয়াক কলে, যিহোৱাই যে মোক সুস্থ করিব, আরু তৃতীয় দিনা ময় যিহোৱার গৃহলৈ উঠি যাম, তার চিন কি? [9] তাতে যিচয়াই কলে, যিহোৱাই যে নিজে কোৱা এই বাক্য সিদ্ধ করিব, যিহোৱার পরা তোমার পক্ষে তার এই চিন হব, ছাঁটো দহ খাপ আগ বাঢ়ি যাব লাগে নে, নতুবা দহ খাপ পাছলৈ ঘূহকি যাব লাগে? [10] তাতে হিষ্কিয়াই কলে, ছাঁটো যে দহ খাপ তললৈ নামি যাব, ই সরু কথা; কিন্তু ছাঁটো দহ খাপ পাছলৈ ঘূহকি যাওক। [11] তেতিয়া যিচয়া ভাববাদীয়ে যিহোৱার আগত প্রার্থনা করিলত, আহজর খটখটির ওপরত ছাঁটো যি দহ খাপ নামি গৈছিল, যিহোৱাই সেই দহ খাপ তাক পাছলৈ ওভোটালে।

[12] সেই সময়ত বলদানর পুত্র বরোদক-বলদান নামেরে বাবিলর রজাই হিষ্কিয়ার ওচরলৈ এখন পত্র আরু এটা উপহার পঠালে; কারণ হিষ্কিয়া যে নরীয়া পড়িছিল, তেওঁ তার সম্বাদ পাইছিল। [13] তাতে হিষ্কিয়াই সিবিলাকর কথালৈ কাণ দিলে, আরু আপোনার বহুমূল্য দ্রব্য থকা গোটেই গৃহ, অর্থাৎ রূপ, সোণ, সুগন্ধি দ্রব্য, উত্তম তেল আদি আপোনার ভঁরালর আটাই বস্তু, আরু আপোনার গোটেই অস্ত্রাগার সিবিলাকক দেখুৱাই দিলে। হিষ্কিয়ার ঘরত, বা তেওঁর গোটেই রাজ্যত তেওঁ সিবিলাকক নেদেখুউৱা কোনো বস্তু নাছিল। [14] পাছে যিচয়া ভাববাদীয়ে হিষ্কিয়া রজার ওচরলৈ আহি সুধিলে, সেই মানুহবোরে কি কি কলে? আরু তোমার ওচরলৈ ক'র পরা আহিল? তাতে হিষ্কিয়াই কলে, তেওঁবিলাক দূর দেশ বাবিলর পরা মোর ওচরলৈ আহিল। [15] যিচয়াই সুধিলে, তোমার গৃহত সিবিলাকে কি কি দেখিলে? তেতিয়া হিষ্কিয়াই কলে, মোর গৃহত থকা সকলোকে দেখিলে; মোর বহুমূল্য দ্রব্যর মাজর, ময় সিবিলাকক নেদেখুউৱা কোনো বস্তুৱেই নাই। [16] পাছে যিচয়াই হিষ্কিয়াক কলে, যিহোৱার বাক্য শুনা। [17] দেখা, তোমার গৃহত যি যি আছে, আরু তোমার পূর্ব্বপুরুষবিলাকে সাঁচি থৈ যোৱা যি যি বস্তু আজিলৈকে আছে, সেই সকলোকে বাবিললৈ নিবর দিন ওচর চাপিছে, সেইবোরর অলপেই অৱশিষ্ট নেথাকিব, ইয়াক যিহোৱাই

কৈছে। [18] তোমার ঔরসত যি যি সন্তান জন্মিব, সিবিলাকর মাজর কেতবিলাকক নিয়া যাব, আরু সিবিলাক বাবিলর রাজগৃহত নপুংসক দাস হব। [19] তাতে হিষ্কিয়াই যিচয়াক কলে, তুমি যিহোবার যি বাক্য কলা, সেয়ে উত্তম; তেওঁ আরু কলে, যদি মোর দিনত মঙ্গল আরু সত্য হয়, তেন্তে সেয়ে জানো উত্তম নহয়? [20] হিষ্কিয়ার অবশিষ্ট বৃত্তান্ত, তেওঁর সকলো পরাক্রমর কথা, তেওঁ পুখুরি আরু নলা করি নগরলৈ পানী অনা কথা, এই সকলো জানো যিহূদার রজাবিলাকর ইতিহাস-পুস্তকখনিত লিখা নাই? [21] পাছে হিষ্কিয়া আপোন ওপর-পিতৃবিলাকর লগত নিদ্রিত হলত, তেওঁর পুত্র মনচি তেওঁর পদত রজা হল।

মনচি আরু আমোনর রাজত্ব।

২১ মনচিয়ে বার বছর বয়সত রজা হৈ, যিরূচালেমত পাঁচপন্ন বছর রাজত্ব করিলে; তেওঁর মাকর নাম হেফ্‌চীবা আছিল। [2] যিহোবাই ইস্রায়েলর সন্তানবিলাকর আগর পরা যি জাতিবিলাকক দূর করিছিল, সিহঁতর সকলো ঘিণলগীয়া কার্য্যর দরে তেওঁ যিহোবার সাক্ষাতে কু-আচরণ করিলে। [3] কিয়নো তেওঁর পিতৃ হিষ্কিয়াই নষ্ট করা ওখ ঠাইবোর তেওঁ পুনরায় সাজিলে; ইস্রায়েলর আহাব রজাই যেনে করিছিল, তেনেকৈ তেওঁ বালর উদ্দেশে যজ্ঞবেদিবোর স্থাপন করিলে, আরু এটা আচেরা মূর্ত্তি সাজিলে; আরু তেওঁ আকাশ-মণ্ডলর সকলো বাহিনীবিলাকর আগত প্রণিপাত করিলে, আরু সেইবোরক সেবাপূজা করিলে। [4] আরু যিহোবাই যি গৃহর বিষয়ে কৈছিল, বোলে, ময় যিরূচালেমত আপোন নাম স্থাপন করিম, যিহোবার সেই গৃহত তেওঁ কেইটামান যজ্ঞবেদি নির্ম্মাণ করিলে। [5] এই রূপে তেওঁ যিহোবার গৃহর দুয়োখন চোঁতালত আকাশ-মণ্ডলর সকলো বাহিনীবিলাকর উদ্দেশে যজ্ঞবেদি নির্ম্মাণ করিলে। [6] আরু তেওঁ আপোন পুত্রটীক অগ্নির মাজেদি গমন করালে, গণকর কার্য্য করিলে, লক্ষণ চালে, আরু ভূত পোহা ও গুণমন্ত্র জনাবিলাকক লগালে; যিহোবাক বেজার দিবর অর্থে, তেওঁর সাক্ষাতে তেওঁ বহু কু-আচরণ করিলে। [7] আরু তেওঁ আপুনি করা আচেরা মূর্ত্তিটো গৃহর মাজত স্থাপন করিলে; সেই গৃহর বিষয়ে যিহোবাই দায়ূদক আরু তেওঁর পুত্র চলোমনক কৈছিল, বোলে, ইস্রায়েলর সকলো ফৈদর মাজর পরা এই যি গৃহ আরু যিরূচালেম ময় মনোনীত করিলোঁ, ইয়াত মোর নাম সদাকাললৈকে স্থাপন করিম; [8] আরু ময় সিবিলাকক দিয়া সকলো আজ্ঞা, আরু মোর দাস মোচিয়ে সিবিলাকক দিয়া গোটেই ব্যবস্থা যদি সিবিলাকে পালন করে, আরু সেই অনুসারে কার্য্য করে, তেন্তে ময় সিবিলাকর ওপর-পিতৃবিলাকক দিয়া দেশর পরা সিবিলাকর ভরি লরচর হবলৈ নিদিম। [9] তথাপি সিবিলাকে সেই কথা নুশুনিলে; কিন্তু যিহোবাই ইস্রায়েলর সন্তানবিলাকর আগর পরা যি জাতিবিলাকক উচ্ছন্ন করিছিল, সিহঁতত্‌কৈয়ো অধিক কু-আচরণ করিবলৈ মনচিয়ে সিবিলাকর মতি জন্মালে। [10] যিহোবাই আপোন দাস ভাববাদীবিলাকর দ্বারায় এই কথা কলে, [11] যিহূদার রজা মনচিয়ে এইবোর ঘিণলগীয়া কর্ম্ম করিছে, আরু তেওঁর পূর্ব্বে যি ইমোরীয়া লোকবিলাক আছিল, সিহঁতত্‌কৈয়ো অধিক কুকর্ম্ম করিছে, আরু আপোন মূর্ত্তিবোরর দ্বারায় যিহূদাকো পাপ করাইছে; [12] এই হেতুকে ইস্রায়েলর ঈশ্বর যিহোবাই এই কথা কৈছে, দেখা, ময় যিরূচালেম আরু যিহূদালৈ এনে অমঙ্গল ঘটাম, যে, তাক শুনা লোক সকলোরে নোম শিয়রি উঠিব। [13] ময় যিরূচালেমর ওপরত চমরিয়ার পরিমাণজরী বিস্তার করিম, আরু আহাবর বংশর ওলোমসূতা ধরিম; যেনেকৈ কোনোবে কাঁহি মচে, আরু মচা হলে, তাক উবুরিয়াই থয়, তেনেকৈ ময় যিরূচালেমক মচি পেলাম। [14] আরু মোর নিজর অবশিষ্ট আধিপত্যর ভাগ ময় ত্যাগ করিম, আরু সিবিলাকর শত্রুবোরর হাতত সিবিলাকক সোধাই দিম; তাতে সিবিলাক আপোনাবিলাকর সকলো শত্রুবোরলৈ চিকার আরু লুটদ্রব্যস্বরূপ হব; [15] কিয়নো সিবিলাকে মোর সাক্ষাতে কু-আচরণ করিলে, আরু আপোন ওপর-পিতৃবিলাক মিচর দেশর পরা ওলাই অহা দিনরে পরা আজিলৈকে মোক

বেজাৰ দি আছে। ১৬ আৰু মনচিয়ে যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰি যি পাপৰ দ্বাৰায় যিহূদাক পাপ কৰালে, আপোনাৰ সেই পাপৰ বাহিৰেও তেওঁ অতিশয় অধিকৰূপে নিৰ্দ্দোষীৰ ৰক্তপাত কৰি, শেষতে যিৰূচালেমৰ এক সীমাৰ পৰা আন সীমালৈকে তাক তেজেৰে পৰিপূৰ্ণ কৰিলে। ১৭ মনচিৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা সকলো কাৰ্য্য, আৰু তেওঁ কৰা পাপকৰ্ম্মৰ কথা জানো যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা নাই? ১৮ পাছে মনচি আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্রিত হলত, আপোনাৰ ঘৰৰ বাৰীত অৰ্থাৎ উজ্জাৰ বাৰীত তেওঁক মৈদাম দিয়া হল; আৰু তেওঁৰ পুত্ৰ আমোন তেওঁৰ পদত ৰজা হল।

১৯ আমোনে বাইশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত দুবছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ নাম যট্বা-নিবাসী হাৰুচৰ জীয়েক মচুল্লেমৎ। ২০ তেওঁৰ বাপেক মনচিয়ে কৰা নিচিনাকৈ তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে। ২১ তেওঁৰ বাপেকে চলা আটাই পথত তেওঁ চলিলে; আৰু তেওঁৰ বাপেকে পূজা কৰা আটাই মূৰ্ত্তিক পূজা কৰিলে; আৰু সেইবোৰৰ আগত প্ৰণিপাত কৰিলে। ২২ তেওঁ আপোন ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাক ত্যাগ কৰিলে, যিহোৱাৰ পথত নচলিলে। ২৩ পাছে আমোনৰ দাসবোৰে তেওঁৰ বিৰুদ্ধে চক্ৰান্ত কৰি ৰজাক তেওঁৰ গৃহতে বধ কৰিলে। ২৪ কিন্তু দেশৰ লোকবিলাকে আমোন ৰজাৰ বিৰুদ্ধে চক্ৰান্ত কৰা সকলোকে বধ কৰিলে; আৰু দেশৰ লোকবিলাকে তেওঁৰ পুত্ৰ যোচিয়াক তেওঁৰ পদত ৰজা পাতিলে। ২৫ আমোনৰ কাৰ্য্যৰ অৱশিষ্ট বৃত্তান্ত যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত জানো লিখা নাই? ২৬ পাছে উজ্জাৰ বাৰীত থকা আপোন মৈদামত তেওঁক মৈদাম দিয়া হল; আৰু তেওঁৰ পুত্ৰ যোচিয়া তেওঁৰ পদত ৰজা হল।

যোচিয়াৰ ৰাজত্ব। মন্দিৰ মেৰামত কৰা।
ব্যৱস্থা-পুস্তকখনি উলিওৱা।

**২২** যোচিয়াই আঠ বছৰ বয়সত ৰজা হৈ যিৰূচালেমত একত্ৰিশ বছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ নাম বস্কতীয়া অদায়াৰ জীয়েক যিদীদা। ২ যিহোৱাৰ দৃষ্টিত যি ন্যায়, তেওঁ তাকে কৰিলে; তেওঁ আপোন ওপৰ-পিতৃ দায়ূদৰ সকলো পথত চলিলে, তাৰ পৰা সোঁ কি বাঁওকালে নুঘূৰিলে।

৩ যোচিয়াৰ ৰাজত্বৰ অষ্টাদশ বছৰত, ৰজাই মচুল্লমৰ নাতি অচলিয়াৰ পুত্ৰ চাফন লিখকক এই কথা কৈ যিহোৱাৰ গৃহলৈ পঠাই দিলে, ৪ তুমি হিল্কিয়া প্ৰধান পুৰোহিতৰ ওচৰলৈ গৈ, যিহোৱাৰ গৃহলৈ অনা যি ৰূপ দুৱৰীবিলাকে লোকবিলাকৰ পৰা গোটাই ৰাখিছে, তাক যুগুতে ৰাখিবলৈ তেওঁক কোৱা; ৫ সিবিলাকে যিহোৱাৰ গৃহত নিযুক্ত থকা কাৰ্য্য চলাওঁতাবিলাকৰ হাতত তাক দিওক; আৰু সিবিলাকে গৃহৰ ভগ্ন স্থান মেৰামত কৰিবৰ নিমিত্তে, যিহোৱাৰ গৃহত কাম কৰোঁতাবিলাকক তাক দিওক, ৬ অৰ্থাৎ বাঢ়ৈ, গাঁথক, আৰু ৰাজমিস্ত্ৰীবিলাকক দিওক, আৰু গৃহ মেৰামত কৰিবৰ অৰ্থে, কাঠ আৰু কটা-শিল কিনিবলৈ দিওক। ৭ তথাপি সিবিলাকৰ হাতত যি যি ধন দিয়া হল, সিবিলাকে সৈতে তাৰ একো লেখবুজ কৰা নহল; কিয়নো সিবিলাকে বিশ্বাসীৰূপে কাৰ্য্য কৰিছিল। ৮ পাছে হিল্কিয়া প্ৰধান পুৰোহিতে চাফন লিখকক কলে, মই যিহোৱাৰ গৃহত ব্যৱস্থা-পুস্তকখনি পালোঁ; আৰু হিল্কিয়াই চাফনক পুস্তকখনি দিলত, তেওঁ তাক পাঠ কৰিলে। ৯ পাছে চাফন লিখকে ৰজাৰ ওচৰলৈ গৈ তেওঁক এই বাৰ্ত্তা দিলে, বোলে, আপোনাৰ এই দাসবিলাকে গৃহত পোৱা সকলো ধন চন্দুকৰ পৰা ঢালি, যিহোৱাৰ গৃহত নিযুক্ত থকা কাৰ্য্য চলাওঁতাবিলাকৰ হাতত দিলে। ১০ আৰু চাফন লিখকে ৰজাক এই কথাও জনালে, যে, হিল্কিয়া পুৰোহিতে মোক এখনি পুস্তক দিলে। পাছে চাফনে ৰজাৰ আগত তাক পাঠ কৰিবলৈ ধৰিলে। ১১ তেতিয়া ৰজাই সেই ব্যৱস্থা-পুস্তকৰ বাক্যবোৰ শুনামাত্ৰকে আপোনাৰ কাপোৰ ফালিলে। ১২ আৰু ৰজাই হিল্কিয়া পুৰোহিতক, চাফনৰ পুত্ৰ অহীকামক, মীখায়াৰ পুত্ৰ অক্বোৰক, চাফন লিখকক, আৰু ৰজাৰ দাস অচায়াক এই আজ্ঞা কৰিলে, ১৩ তোমালোকে গৈ, মোৰ আৰু লোকবিলাকৰ

ও গোটেই যিহূদাৰ নিমিত্তে, পোৱা এই পুস্তকখনিৰ বাক্যৰ বিষয়ে যিহোৱাক সোধাগৈ ; কিয়নো আমাৰ বিৰুদ্ধে যিহোৱাৰ ক্ৰোধ অতিশয় প্ৰজ্বলিত হৈছে, কাৰণ আমাৰ বিষয়ে লিখা আটাই কথা অনুসাৰে কাৰ্য্য কৰিবলৈ, আমাৰ ওপৰ-পিতৃবিলাকে এই পুস্তকখনিৰ বাক্যলৈ কাণ নিদিলে। [১৪] এই হেতুকে হিল্কিয়া পুৰোহিত, অহীকাম, অক্‌বোৰ, চাফন, আৰু অচায়াই হৰ্হচৰ নাতি তিক্‌বাৰ পুত্ৰ বস্ত্ৰ-ভঁৰালী চল্লুমৰ ভাৰ্য্যা হুল্‌দা ভাববাদিনীৰ ওচৰলৈ গল ; ( সেই কালত তেওঁ যিৰূচালেমৰ দ্বিতীয় ভাগত নিবাস কৰিছিল ; ) আৰু তেওঁবিলাকে তেওঁৰ লগত কথোপকথন কৰিলে। [১৫] তেওঁ তেওঁবিলাকক কলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, মোৰ ওচৰলৈ তোমালোকক পঠোৱা জনক কোৱাগৈ, [১৬] যিহোৱাই এই কথা কৈছে, দেখা, মই এই ঠাইৰ আৰু ইয়াৰ নিবাসীবিলাকৰ ওপৰত অমঙ্গল ঘটাম, অৰ্থাৎ যিহূদাৰ ৰজাই পাঠ কৰা পুস্তকখনিত লিখা সকলো বাক্য ফলিওৱাম ; [১৭] কাৰণ, আপোন আপোন হাতেৰে কৰা সকলো কৰ্ম্মৰ দ্বাৰায় মোক বেজাৰ দিবলৈ, সিবিলাকে মোক ত্যাগ কৰি ইতৰ দেৱতাবোৰৰ উদ্দেশে ধূপ জ্বলালে ; এতেকে এই ঠাইৰ বিৰুদ্ধে মোৰ ক্ৰোধ প্ৰজ্বলিত হব, আৰু তাক নুমুৱা নেযাব। [১৮] কিন্তু যিহোৱাক সুধিবলৈ তোমালোকক পঠোৱা যিহূদাৰ ৰজাৰ আগত এই কথা কবা, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, তুমি যি যি বাক্য শুনিলা, সেইবোৰৰ বিষয়ে মোৰ কথা এই, [১৯] এই ঠাই আৰু ইয়াৰ নিবাসীবিলাক ধ্বংস আৰু শাৱৰ বিষয় হব বুলি সিবিলাকৰ অহিতে মই কোৱা বাক্য তুমি শুনামাত্ৰে তোমাৰ মন কোমল কৰিলা, যিহোৱাৰ সাক্ষাতে নিজকে নম্ৰ কৰিলা, আৰু আপোন কাপৰ ফালি মোৰ আগত ক্ৰন্দন কৰিলা, এই নিমিত্তে যিহোৱাই কৈছে, ময়ো তোমাৰ কথা শুনিলোঁ। [২০] এই হেতুকে, দেখা, মই তোমাৰ ওপৰ-পিতৃবিলাকৰ লগলৈ তোমাক নিম, আৰু তোমাক শান্তিৰে আপোন মৈদামলৈ নিয়া হব ; আৰু মই এই ঠাইৰ ওপৰত যিবোৰ অমঙ্গল ঘটাম, সেইবোৰৰ একোকে তোমাৰ চকুৱে নেদেখিব। পাছে তেওঁবিলাকে উলটি আহি ৰজাক বাৰ্ত্তা দিলে।

ৰজাই দেৱমূৰ্ত্তি আদি গুচুউৱা। নিস্তাৰ-পৰ্ব্ব পালন কৰা।

২৩ পাছে ৰজাই মানুহ পঠালত, সিবিলাকে যিহূদাৰ আৰু যিৰূচালেমৰ সকলো বৃদ্ধ লোকবিলাকক তেওঁৰ ওচৰত গোট খুৱালে। [২] তাতে ৰজাই যিহূদাৰ আটাই লোকক, আৰু যিৰূচালেম-নিবাসীবিলাক, পুৰোহিতবিলাক, ভাববাদীবিলাক, আৰু সৰু বড় সমুদায় প্ৰজাক লগত লৈ যিহোৱাৰ গৃহলৈ উঠি গল ; আৰু যিহোৱাৰ গৃহত পোৱা নিয়ম-পুস্তকখনিৰ সকলো বাক্য ৰজাই লোকবিলাকক পঢ়াই শুনালে। [৩] পাছে ৰজাই শুম্ভটোৰ ওচৰত থিয় হৈ, যিহোৱাৰ পাছত চলিবলৈ, আৰু সকলো মনেৰে ও সকলো প্ৰাণেৰে তেওঁৰ আজ্ঞা, সাক্ষ্য-বাক্য, আৰু বিধিবোৰ পালন কৰিবলৈ, আৰু সেই পুস্তকখনিত লিখা নিয়মটীৰ বাক্য স্থিৰ কৰিবলৈ যিহোৱাৰ সাক্ষাতে এটী নিয়ম কৰিলে ; আৰু সকলো লোকে সেই নিয়মেৰে আপোনাবিলাকক বান্ধিলে। [৪] আৰু ৰজাই যিহোৱাৰ মন্দিৰৰ পৰা, বালৰ, আচেৰাৰ, আৰু আকাশ-মণ্ডলৰ বাহিনীবিলাকৰ নিমিত্তে সজা সকলো পাত্ৰ বাহিৰ কৰিবলৈ, হিল্কিয়া প্ৰধান পুৰোহিতক, দ্বিতীয় শ্ৰেণীৰ পুৰোহিতবিলাকক, আৰু দুৱৰীবিলাকক আজ্ঞা কৰিলে ; পাছে তেওঁ যিৰূচালেমৰ বাহিৰত, কিদ্ৰোণৰ মুকলি ঠাইত সেইবোৰ পুৰি, সেইবোৰৰ ভস্ম বৈৎ-এললৈ লৈ গল। [৫] আৰু যিহূদাৰ নগৰবোৰৰ ওখ ঠাইবোৰত, আৰু যিৰূচালেমৰ চাৰিওফালৰ ঠাইবোৰত ধূপ জ্বলাবৰ নিমিত্তে যিহূদাৰ ৰজাবিলাকে নিযুক্ত কৰা মূৰ্ত্তিপূজক পুৰোহিতবোৰক, আৰু বালৰ উদ্দেশে ও সূৰ্য্য, চন্দ্ৰ, গ্ৰহ আদি আকাশ-মণ্ডলৰ বাহিনীবিলাকৰ উদ্দেশে ধূপ জ্বলোৱাবোৰক তেওঁ দূৰ কৰিলে। [৬] আৰু তেওঁ যিহোৱাৰ গৃহৰ পৰা আচেৰা মূৰ্ত্তিটো বাহিৰ কৰি, যিৰূচালেমৰ বাহিৰলৈ কিদ্ৰোণ জুৰীলৈ নি কিদ্ৰোণ জুৰীৰ কোষত পুৰি পেলালে, আৰু তাক পিহি ধূলি যেন কৰি তাৰ গুড়ি সামান্য লোকবিলাকৰ মৈদামৰ

ওপৰত পেলাই দিলে। ৭ আৰু যি ঠাইত তিৰুতাবিলাকে আচেৰাৰ নিমিত্তে আঁৰ-কাপৰ বৈছিল, যিহোৱাৰ গৃহৰ মাজত থকা সেই ঠাইৰ নট লোকবোৰৰ ঘৰবোৰ তেওঁ ভাঙ্গি পেলালে। ৮ আৰু তেওঁ যিহূদাৰ সকলো নগৰৰ পৰা আটাই পুৰোহিতবিলাকক আনিলে, আৰু গেবাৰে পৰা বেৰ-চেবালৈকে যি যি ঠাইত পুৰোহিতবিলাকে ধূপ জ্বলাইছিল, সেই সকলো ওখ ঠাই অশুচি কৰিলে ; আৰু তেওঁ নগৰৰ অধ্যক্ষ যিহোচূৱাৰ দুৱাৰৰ প্ৰবেশস্থানৰ ওচৰৰ ওখ ঠাই, আৰু নগৰৰ দুৱাৰৰ মাজেদি সোমোৱা লোকৰ বাঁওফালে থকা ওখ ঠাই, এই দুই ঠাই ভাঙ্গি পেলালে। ৯ তথাপি ওখ ঠাইবোৰৰ পুৰোহিতবিলাকে যিৰূচালেমত থকা যিহোৱাৰ যজ্ঞবেদিটোলৈ উঠি নগৈ, কেৱল আপোন ভাইবিলাকৰ মাজত থাকি খমীৰ নিদিয়া পিঠা ভোজন কৰিলে। ১০ কোনেও যেন মোলকৰ উদ্দেশে আপোন পুতেক বা জীয়েকক অগ্নিৰ মাজেদি গমন নকৰায়, এই কাৰণে, তেওঁ হিন্নোমৰ সন্তানবোৰৰ উপত্যকাত থকা তোফৎ অশুচি কৰিলে। ১১ আৰু মন্দিৰৰ ওচৰত থকা নাথনমেলক নামেৰে নপুংসকৰ খোঁটালীত, যিহোৱাৰ গৃহৰ প্ৰবেশ-স্থানত যিহূদাৰ ৰজাবিলাকে যি ঘোঁৰাবোৰ সূৰ্য্যৰ উদ্দেশে উৎসৰ্গ কৰি ৰাখিছিল, তেওঁ সেইবোৰ দূৰ কৰিলে, আৰু সূৰ্য্যৰ ৰথবোৰ জুইৰে পুৰিলে। ১২ আৰু যিহূদাৰ ৰজাবিলাকে নিৰ্ম্মাণ কৰা যি যজ্ঞবেদিবোৰ আহজৰ ওপৰ-খোঁটালীৰ চালৰ ওপৰত আছিল, আৰু যি যজ্ঞবেদিবোৰ যিহোৱাৰ চোঁতাল দুখনত মনচিয়ে নিৰ্ম্মাণ কৰিছিল, ৰজাই সেই সকলো ভাজি তাৰ পৰা পেলাই গুড়ি কৰিলে ; আৰু তাৰ গুড়িবোৰ কিদ্ৰোণ জুৰীত পেলাই দিলে। ১৩ আৰু ধৰ্ম্মভ্ৰষ্ট পৰ্ব্বতৰ সোঁফালে যিৰূচালেমৰ আগত, চিদোনীয়াবিলাকৰ দেৱী ঘিণলগীয়া অষ্টাৰেতৰ নিমিত্তে, মোৱাবীয়াবিলাকৰ দেৱতা ঘিণলগীয়া কমোচৰ নিমিত্তে, আৰু অম্মোনৰ সন্তানবিলাকৰ দেৱতা ঘিণলগীয়া মিল্কমৰ নিমিত্তে ইস্ৰায়েলৰ চলোমন ৰজাই যি যি ওখ ঠাই কৰিছিল, ৰজাই সেই সকলোকে অশুচি কৰিলে। ১৪ তেওঁ স্তম্ভবোৰ ভাজি, আৰু আচেৰা মূৰ্ত্তিবোৰ কাটি, সেইবোৰৰ ঠাই মনুষ্যৰ অস্থিৰে পৰিপূৰ্ণ কৰিলে। ১৫ আৰু বৈৎ-এলত যি যজ্ঞবেদি আছিল, আৰু ইস্ৰায়েলক পাপ কৰোৱা নবাটৰ পুতেক যাৰবিয়ামে যি ওখ ঠাই নিৰ্ম্মাণ কৰিছিল, সেই যজ্ঞবেদিটো আৰু সেই ওখ ঠাইখন তেওঁ ভাঙ্গি পেলালে, আৰু সেই ওখ ঠাই জুইৰে পুৰি তাক খুন্দি গুড়ি কৰিলে, আৰু আচেৰা মূৰ্ত্তিটো পুৰিলে। ১৬ সেই কালত যোচিয়াই মুখ ঘূৰাই, পৰ্ব্বতটোত থকা মৈদামবোৰ দেখা পালে ; আৰু তেওঁ মানুহ পঠাই সেই মৈদামবোৰৰ পৰা অস্থিবোৰ উলিয়াই অনালে, আৰু পূৰ্ব্বে ঈশ্বৰৰ যি লোকে এইবোৰ ঘটনাৰ কথা প্ৰচাৰ কৰিছিল, তেওঁ ঘোষণা কৰা যিহোৱাৰ বাক্যৰ দৰে সেই যজ্ঞ-বেদিৰ ওপৰত সেই অস্থিবোৰ পুৰি বেদি অশুচি কৰিলে। ১৭ পাছে তেওঁ সুধিলে, মই সৌটো কি স্তম্ভ দেখিছোঁ ? তাতে নগৰৰ মানুহবিলাকে তেওঁক কলে, ঈশ্বৰৰ যি মানুহে যিহূদাৰ পৰা আহি, বৈৎ-এলত থকা যজ্ঞ-বেদিটোৰ বিৰুদ্ধে আপুনি কৰা এইবোৰ কৰ্ম্মৰ কথা ঘোষণা কৰিছিল, তেওঁৰে সেইটো মৈদাম। ১৮ তাতে ৰজাই কলে, তেওঁক থাকিবলৈ দিয়া ; কোনো মানুহে তেওঁৰ অস্থি নলৰাওক। এই কাৰণে লোকবিলাকে তেওঁৰ, আৰু চমৰিয়াৰ পৰা অহা ভাববাদী এই দুয়োৰো অস্থি ৰাখিলে। ১৯ আৰু ইস্ৰায়েলৰ ৰজাবিলাকে যিহোৱাক বেজাৰ দিবৰ নিমিত্তে চমৰিয়াৰ নগৰবোৰৰ ওখ ঠাইবোৰত যি যি ঘৰ নিৰ্ম্মাণ কৰিছিল, যোচিয়াই সেই আটাইবোৰ দূৰ কৰিলে, আৰু তেওঁ বৈৎ-এলত কৰা সকলো কৰ্ম্মৰ দৰেই সেইবোৰলৈকো কৰিলে। ২০ আৰু তেওঁ তাত থকা ঠাইবোৰৰ আটাই পুৰোহিতবিলাকক যজ্ঞবেদিবোৰৰ ওপৰত বধ কৰি, সেইবোৰৰ ওপৰত মনুষ্যৰ অস্থি পুৰিলে ; পাছে তেওঁ যিৰূচালেমলৈ উভটি আহিল।

২১ পাছে ৰজাই সকলো লোকক এই আজ্ঞা কৰিলে, এই নিয়ম-পুস্তকখনিত লিখাৰ দৰে তোমালোকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে নিস্তাৰ-পৰ্ব্ব পালন কৰা। ২২ স্বৰূপেই ইস্ৰায়েলক শাসন কৰা বিচাৰকৰ্ত্তাবিলাকৰ

সময়র পরা ইস্রায়েলর রজাবিলাকর আরু যিহূদার রজাবিলাকর রাজত্বর সকলো সময়ত, ইয়ার নিচিনা নিস্তার-পর্ব্ব পালন করা হোৱা নাই; [২৩] কিন্তু যোচিয়া রজার রাজত্বর অষ্টাদশ বছরতেই, যিরূচালেমত যিহোৱার উদ্দেশে এই নিস্তার-পর্ব্ব পালন করা হল। [২৪] ইয়াত বাজে, যিহোৱার গৃহত হিল্কিয়া পুরোহিতে পোৱা পুস্তকখনিত লিখা ব্যবস্থার সকলো বাক্য পালন করিবর নিমিত্তে, যিহূদা দেশত আরু যিরূচালেমত পোৱা আটাই ভূত পোহা আরু গুণ-মন্ত্র জনা লোকক, আরু গৃহদেৱতা, প্রতিমা আদি আটাই ঘিণলগীয়া বস্তু যোচিয়াই দূর করিলে। [২৫] সকলো মন, সকলো প্রাণ, আরু সকলো শক্তিরে মোচির গোটেই ব্যবস্থা অনুসারে যিহোৱালৈ ঘূরা তেওঁর নিচিনা কোনো রজা তেওঁর আগেয়ে নাছিল, আরু তেওঁর পাছেও নহল। [২৬] তথাপি, মনচিয়ে যিবোর বিরক্ত জন্মোৱা কার্য্যর দ্বারায় যিহোৱাক বিরক্ত করিছিল, সেইবোরর নিমিত্তে যিহূদার বিরুদ্ধে যিহোৱার যি অতিশয় ক্রোধ হৈছিল, সেই ক্রোধর পরা যিহোৱা নুঘূরিল। [২৭] আরু যিহোৱাই কলে, ময় আপোন দৃষ্টির পরা ইস্রায়েলক যেনেকৈ দূর করিলোঁ, তেনেকৈ যিহূদাকো দূর করিম; আরু এই যি যিরূচালেম নগর ময় মনোনীত করিছিলোঁ, আরু এই ঠাইত মোর নাম থাকিব, এনে কথা এই যি গৃহর বিষয়ে ময় কৈছিলোঁ, ইয়াকো অগ্রাহ্য করিম। [২৮] যোচিয়ার অবশিষ্ট বৃত্তান্ত, তেওঁর সকলো কার্য্যর কথা জানো যিহূদার রজাবিলাকর ইতিহাস-পুস্তকখনিত লিখা নাই? [২৯] তেওঁর দিনত মিচরর ফরৌণ-নখো রজাই অচূরীয়া রজার বিরুদ্ধে ফরাৎ নদীর কালে আহিলত, যোচিয়া রজাই তেওঁর বিরুদ্ধে যুদ্ধযাত্রা করিলে; তাতে ফরৌণ-নখোৱে তেওঁক দেখা পোৱা-মাত্রকে মগিদ্দোত তেওঁক বধ করিলে। [৩০] পাছে যোচিয়ার দাসবিলাকে তেওঁর মরা শব রথত তুলি মগিদ্দোর পরা যিরূচালেমলৈ আনি, তেওঁর নিজ মৈদামতে মৈদাম দিলে; পাছে দেশর লোকবিলাকে যোচিয়ার পুত্র যিহোৱাহজক লৈ অভিষেক করি তেওঁর পিতৃর পদত রজা পাতিলে।

যিহোৱাহজ, যিহোয়াকীম, আরু
যিহোয়াখীনর রাজত্ব।

[৩১] যিহোৱাহজে তেইশ বছর বয়সত রজা হৈ, যিরূচালেমত তিনি মাহ রাজত্ব করিলে: তেওঁর মাকর নাম লিব্‌না-নিবাসী যিরিমিয়ার জীয়েক হমূটল। [৩২] তেওঁ আপোন ওপর-পিতৃবিলাকর সকলো কার্য্যর দরে যিহোৱার সাক্ষাতে কু-আচরণ করিলে। [৩৩] আরু তেওঁ যিরূচালেমত রজা হোৱার পাছত ফরৌণ-নখোৱে হমাৎ প্রদেশত থকা রিব্লাত তেওঁক বান্ধি থলে, আরু দেশর ওপরত এশ কিক্কর রূপ আরু এক কিক্কর সোণ দণ্ড নিরূপণ করিলে। [৩৪] পাছে ফরৌণ-নখোৱে যোচিয়ার পুত্র ইলিয়াকীমক তেওঁর পিতৃ যোচিয়ার পদত রজা পাতি, তেওঁর নাম সলাই যিহোয়াকীম রাখিলে; কিন্তু তেওঁ যিহোৱাহজক লৈ গল; তাতে তেওঁ মিচর দেশ পাই সেই ঠাইতে মরিল। [৩৫] পাছে যিহোয়াকীমে সেই রূপ আরু সোণ ফরৌণক দিলে; কিন্তু ফরৌণর আজ্ঞার দরে সেই ধন দিবর নিমিত্তে, তেওঁ দেশত কর নিরূপণ করি দিলে; তেওঁ ফরৌণ-নখোক দিবর নিমিত্তে, প্রতিজনর নিরূপণর দরে দেশর লোকবিলাকর পরা সেই রূপ আরু সোণ আদায় করিলে।

[৩৬] যিহোয়াকীমে পঁচিশ বছর বয়সত রজা হৈ, যিরূচালেমত এঘার বছর রাজত্ব করিলে; তেওঁর মাকর নাম রূমা-নিবাসী পদায়ার জীয়েক জবীদা; [৩৭] তেওঁ আপোন ওপর-পিতৃবিলাকর সকলো কার্য্যর দরে যিহোৱার সাক্ষাতে কু-আচরণ করিলে।

২৪ তেওঁর রাজত্বর সময়ত বাবিলর রজা নবূখদনেচর আহিলত, যিহোয়াকীম তিনি বছরলৈকে তেওঁর অধীন হৈ থাকি, পাছত ঘূরি তেওঁর বিদ্রোহী হল। [২] তেতিয়া যিহোৱাই তেওঁর বিরুদ্ধে কল্দীয়াবিলাকর, অরামীয়াবিলাকর, মোৱাবীয়াবিলাকর, আরু অম্মোনর সন্তানবিলাকর লুট করোঁতা সৈন্যদলবোরক পঠালে; যিহোৱাই আপোন দাস ভাববাদীবিলাকর দ্বারায় কোৱা বাক্য অনুসারে, যিহূদাক বিনষ্ট করিবলৈ সিবিলাকর বিরুদ্ধে তেওঁ সিহঁতক পঠালে। [৩] যিহূদাক তেওঁর আগর পরা দূর করা হবর নিমিত্তে, স্বরূপেই

যিহোৱাৰ আজ্ঞা অনুসাৰে সিবিলাকৰ অহিতে এই ঘটনা ঘটিল ; ইয়াৰ কাৰণ, মনচিৰ সকলো কাৰ্য্য অনুসাৰে হোৱা তেওঁৰ পাপবোৰ, [৪] আৰু তেওঁ কৰা নিৰ্দ্দোষীৰ ৰক্তপাত ; কিয়নো তেওঁ নিৰ্দ্দোষী লোকবিলাকৰ তেজেৰে যিৰূচালেম পৰিপূৰ্ণ কৰিছিল ; সেই কাৰণে যিহোৱাই ক্ষমা কৰিবলৈ অসম্মত হল। [৫] যিহোয়াকীমৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ কথা যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত জানো লিখা নাই? [৬] পাছে যিহোয়াকীম আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, তেওঁৰ পুত্ৰ যিহোয়াখীন তেওঁৰ পদত ৰজা হল। [৭] পাছে মিচৰৰ ৰজা আপোন দেশৰ বাহিৰলৈ আৰু নাহিল ; কিয়নো মিচৰ-জুৰীৰে পৰা ফৰাৎ নদীলৈকে মিচৰীয়া ৰজাৰ যিমান অধিকাৰ আছিল, সেই আটাইকে বাবিলৰ ৰজাই কাঢ়ি ললে।

[৮] যিহোয়াখীনে ওঠৰ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত তিনি মাহ ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম যিৰূচালেম-নিবাসী ইল্‌নাথনৰ জীয়েক নহুস্তা। [৯] তেওঁ আপোন পিতৃৰ সকলো কাৰ্য্যৰ দৰে যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে। [১০] সেই কালত বাবিলৰ ৰজা নবূখদ্‌-নেচৰৰ দাসবিলাক যিৰূচালেমৰ বিৰুদ্ধে অহাত, নগৰ অৱৰোধ কৰা হল। [১১] আৰু তেওঁৰ দাসবিলাকে নগৰ অৱৰোধ কৰা কালত, বাবিলৰ নবূখদ্‌নেচৰ ৰজা নগৰলৈ আহিল। [১২] তেতিয়া যিহূদাৰ ৰজা যিহোয়াখীন, তেওঁৰ মাক, তেওঁৰ দাসবিলাক, প্ৰধান লোকবিলাক, আৰু নপুংসক-বিলাক বাবিলৰ ৰজাৰ ওচৰলৈ ওলাই গল ; তাতে বাবিলৰ ৰজাই আপোন ৰাজত্বৰ অষ্টম বছৰত তেওঁক ধৰিলে। [১৩] আৰু যিহোৱাৰ বাক্য অনুসাৰে, তেওঁ তাৰ পৰা যিহোৱাৰ গৃহৰ ভঁৰালৰ আৰু ৰাজগৃহৰ ভঁৰালৰ সকলো বস্তু লৈ গল, আৰু ইস্ৰায়েলৰ ৰজা চলোমনে যিহো-ৱাৰ মন্দিৰত নিৰ্ম্মাণ কৰা আটাই পাত্ৰৰ সোণ তেওঁ কাটি লৈ গল। [১৪] আৰু তেওঁ আটাই প্ৰধান লোক, সকলো বলৱান বীৰপুৰুষ, আৰু শিল্প-কৰ ও মিস্ত্ৰীবিলাকক বন্দী কৰি লৈ গল ; এই ৰূপে তেওঁ যিৰূচালেমৰ আটাই লোক অৰ্থাৎ দহ হাজাৰ মানুহ লৈ গল ; দেশৰ দৰিদ্ৰ লোকৰ বাহিৰে কোনো নেথাকিল। [১৫] তেওঁ যিহোয়াখীনক বাবিললৈ লৈ গল ; আৰু তেওঁ ৰাজমাওক, ৰজাৰ ভাৰ্য্যাবিলাকক, নপুংসকবিলাকক, আৰু দেশৰ প্ৰধান লোক-বিলাকক যিৰূচালেমৰ পৰা বাবিললৈ বন্দী কৰি লৈ গল। [১৬] আৰু বাবিলৰ ৰজাই সকলো পৰাক্ৰমী লোকক অৰ্থাৎ সাত হাজাৰ লোকক, আৰু এক হাজাৰ শিল্পকৰ ও মিস্ত্ৰী বাবিললৈ বন্দী কৰি লৈ গল ; ইবিলাক সকলোৱেই যুদ্ধ কৰিব পৰা বলৱান লোক আছিল। [১৭] আৰু বাবিলৰ ৰজাই যিহোয়া-খীনৰ দদায়েক মত্তনিয়াক তেওঁৰ পদত ৰজা পাতিলে, আৰু তেওঁৰ নাম সলাই চিদিকিয়া ৰাখিলে।

চিদিকিয়াৰ ৰাজত্ব। যিৰূচালেম আৰু যিহূদাৰ বিনাশ।

[১৮] চিদিকিয়াই একৈশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত এঘাৰ বছৰ ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম লিব্‌না-নিবাসী যিৰিমিয়াৰ জীয়েক হমূটল। [১৯] যিহোয়াকীমৰ সকলো কাৰ্য্য আনুসাৰে তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে ; [২০] কিয়নো, যিৰূচালেম আৰু যিহূদাৰ লোকবিলাকক তেওঁ আপোনাৰ আগৰ পৰা দূৰ নকৰিলেমানে, যিহোৱাৰ ক্ৰোধৰ কাৰণে সিবিলাকলৈ দুৰ্ঘটনা ঘটিল ; আৰু চিদিকিয়াই বাবিলৰ ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ কৰিলে।

২৫ পাছে তেওঁৰ ৰাজত্বৰ নৱম বছৰৰ দশম মাহৰ দিনা, বাবিলৰ ৰজা নবূখদ্‌নেচৰ আৰু তেওঁৰ সকলো সৈন্যসামন্তই যিৰূচালেমৰ বিৰুদ্ধে আহি তাৰ বিৰুদ্ধে ছাউনি পাতিলে, আৰু তাৰ অহিতে চাৰিওফালে কোঁঠ সাজিলে। [২] এই ৰূপে চিদিকিয়াৰ ৰাজত্বৰ একাদশ বছৰলৈকে নগৰ-খন অৱৰোধ কৰা আছিল। [৩] পাছে চতুৰ্থ মাহৰ নৱম দিনা নগৰত আকাল অতিশয় টান হোৱাত, দেশৰ লোকবিলাকৰ নিমিত্তে খোৱা বস্তু একোৱেই নেথাকিল। [৪] সেই সময়ত নগৰৰ গড়ৰ কোনো এক ঠাই ভঙা হলত, সকলো যুদ্ধাৰু লোক ৰজাৰ উদ্যানৰ ওচৰত থকা গড় দুটাৰ মাজৰ দুৱাৰখনৰ

বাটেদি পলাল, (তেতিয়া কল্‌দীয়াবিলাক নগৰৰ বিৰুদ্ধে চাৰিওফালে আছিল,) আৰু ৰজা অৰাবাৰ বাটেদি গল। [৫] কিন্তু কল্‌দীয়াবিলাকৰ সৈন্যসামন্তই ৰজাৰ পাছত খেদি গৈ, যিৰীহোৰ সমথলত তেওঁক লগ ধৰিলে; তেতিয়া তেওঁৰ সকলো সৈন্যসামন্ত তেওঁৰ ওচৰৰ পৰা ছিন্নভিন্ন হৈ গল। [৬] পাছে সিহঁতে ৰজাক ধৰি ৰিব্লালৈ বাবিলৰ ৰজাৰ গুৰিলৈ নিলে; তাতে সিহঁতে তেওঁলৈ দণ্ডাজ্ঞা কৰিলে। [৭] সিহঁতে চিদিকিয়াৰ পুতেকবিলাকক তেওঁৰ চকুৰ আগতে বধ কৰিলে, আৰু চিদিকিয়াৰ চকু কাঢ়ি, তেওঁক শিকলিৰে বান্ধি বাবিললৈ লৈ গল।

[৮] পাছে পঞ্চম মাহৰ সপ্তম দিনা, বাবিলৰ ৰজা নবূখদ্‌নেচৰৰ ৰাজত্বৰ উনৈশ বছৰৰ বছৰি, বাবিলৰ ৰজাৰ দাস নবূজৰদান নামেৰে ৰক্ষক-সেনাপতিয়ে যিৰূচালেমলৈ আহি, [৯] যিহোৱাৰ গৃহটো আৰু ৰাজগৃহটো পুৰিলে, আৰু যিৰূচালেমৰ সকলো ঘৰ, বিশেষকৈ প্ৰত্যেক ডাঙৰ ঘৰ জুই দি পুৰিলে। [১০] আৰু সেই ৰক্ষক-সেনাপতিৰ লগত অহা কল্‌দীয়াবিলাকৰ সকলো সৈন্যসামন্তই যিৰূচালেমৰ চাৰিওফালৰ গড়বোৰ ভাঙ্গি পেলালে। [১১] আৰু নবূজৰদান ৰক্ষক-সেনাপতিয়ে নগৰৰ বাকী থকা লোকবিলাকক, আৰু বাবিলৰ ৰজাৰ ফলীয়া হবলৈ পলাই যোৱাবিলাকক, আৰু অৱশিষ্ট সাধাৰণ লোকবিলাকক বন্দী কৰি লৈ গল। [১২] কিন্তু দ্ৰাক্ষা আপ্‌ডাল কৰোঁতা আৰু ক্ষেতিয়ক হবলৈ, ৰক্ষক-সেনাপতিয়ে দেশৰ কেতবিলাক দুঃখীয়া মানুহ এৰি গল। [১৩] আৰু যিহোৱাৰ গৃহৰ পিত্তলৰ স্তম্ভ দুটা, আৰু যিহোৱাৰ গৃহৰ আধাৰবোৰ ও পিত্তলৰ সমুদ্ৰ-পাত্ৰটো কল্‌দীয়াবিলাকে ডোখৰডোখৰকৈ ভাঙ্গি সেইবোৰৰ আটাইবোৰ পিত্তল বাবিললৈ লৈ গল। [১৪] আৰু ছাই পেলোৱা পাত্ৰ, ছাই উলিওৱা হেঁতা, কটাৰী, পিয়লা আদি কৰি পৰিচৰ্য্যা কৰ্ম্ম কৰা পিত্তলৰ আটাই বস্তু সিহঁতে লৈ গল। [১৫] আৰু আঙঠা-ধৰা, তেজ পেলোৱা পাত্ৰ, সোণৰ পাত্ৰৰ সোণ, আৰু ৰূপৰ পাত্ৰৰ ৰূপ ৰক্ষক-সেনাপতিয়ে লৈ গল। [১৬] আৰু চলোমনে যিহোৱাৰ গৃহৰ নিমিত্তে সেই যি দুটা স্তম্ভ, এটা সমুদ্ৰ-পাত্ৰ, আৰু আধাৰবোৰ সজাইছিল, সেই সকলো বস্তুৰ পিত্তল অপৰিমিত আছিল। [১৭] প্ৰথম স্তম্ভটো ওখই ওঠৰ হাত, তাৰ ওপৰত পিত্তলৰ এটা মাথ্‌লা আছিল; সেই মাথ্‌লা ওখই তিনি হাত, আৰু তাত চাৰিওফালে জালি-কটা আৰু ডালিম আছিল; সেই আটাইবোৰ পিত্তলৰ। আৰু জালিকটাই সৈতে দ্বিতীয় স্তম্ভটোও সেই প্ৰকাৰ। [১৮] পাছে ৰক্ষক-সেনাপতিয়ে প্ৰধান পুৰোহিত চৰায়াক, আৰু দ্বিতীয় পুৰোহিত চফনিয়াক, আৰু তিনি জন দুৱৰীক ধৰিলে; [১৯] আৰু নগৰৰ লোকবিলাকৰ মাজৰ, যুদ্ধাৰুবিলাকৰ ওপৰত নিযুক্ত এজন অধ্যক্ষক, নগৰত পোৱা ৰাজসভাসদসকলৰ পাঁচ জন মানুহক, দেশৰ প্ৰজাবিলাকৰ সৈন্যৰ নাম ভৰ্ত্তি কৰোঁতা প্ৰধান সেনাপতিৰ লিখক জনক, আৰু নগৰত পোৱা দেশৰ প্ৰজাবিলাকৰ ষাইঠ জন মানুহক ধৰিলে। [২০] আৰু নবূজৰদান ৰক্ষক-সেনাপতিয়ে সিবিলাকক ৰিব্লালৈ বাবিলৰ ৰজাৰ গুৰিলৈ লৈ গল। [২১] পাছে বাবিলৰ ৰজাই হমাৎ দেশৰ ৰিব্লাত সিবিলাকক আঘাত কৰাই বধ কৰিলে। এই ৰূপে যিহূদাক আপোন দেশৰ পৰা দেশান্তৰ কৰা হল। [২২] যিহূদা দেশত অৱশিষ্ট থকা যি লোকবিলাকক বাবিলৰ ৰজা নবূখদ্‌নেচৰে ৰাখি গৈছিল, সিবিলাকৰ ওপৰত চাফনৰ নাতি অহীকামৰ পুত্ৰ গদলিয়াক তেওঁ শাসনকৰ্ত্তা নিযুক্ত কৰিলে।

[২৩] পাছে যেতিয়া, বাবিলৰ ৰজাই গদলিয়াক শাসনকৰ্ত্তা পতা কথা, আপোন আপোন লোকবিলাকে সৈতে আটাই সেনাপতিবিলাকে শুনিলে, তেতিয়া সিবিলাকে অৰ্থাৎ নথনিয়াৰ পুত্ৰ ইশ্মায়েল, কাৰেহৰ পুত্ৰ যোহানন, নটোফাতীয়া তনহূমতৰ পুত্ৰ চৰায়া, আৰু মাখাতীয়াৰ পুত্ৰ যাজনিয়া, সিবিলাকৰ আপোন আপোন লোকবিলাকে সৈতে মিস্পালৈ গদলিয়াৰ ওচৰলৈ আহিল। [২৪] পাছে গদলিয়াই সিবিলাক আৰু সিবিলাকৰ মানুহবিলাকৰ আগত শপথ কৰি কলে, তোমালোকে কল্‌দীয়াবিলাকলৈ ভয় নকৰিবা; দেশত বাস কৰি বাবিলৰ ৰজাৰ অধীন হোৱা, তাতে তোমালোকৰ মঙ্গল হব। [২৫] কিন্তু সপ্তম মাহত,

ৰাজবংশীয় ইলীচামাৰ নাতি নথনিয়াৰ পুতেক ইশ্মায়েলে দহ জন মানুহ লগত লৈ আহি, গদলিয়াক, আৰু যি যিহুদী লোক ও কল্দীয়াবিলাক তেওঁৰ লগত মিস্পাত আছিল, সিবিলাকক প্ৰহাৰ কৰি বধ কৰিলে। [২৬]পাছে সৰু বড় সকলো লোক আৰু সেনাপতিবিলাক উঠি মিচৰলৈ গল; কিয়নো সিবিলাকে কল্দীয়াবিলাকলৈ ভয় কৰিলে।

[২৭]পাছে যিহুদাৰ ৰজা যিহোয়াখীনৰ বন্দী-অৱস্থাৰ সাতত্ৰিশ বছৰৰ বছৰি, দ্বাদশ মাহৰ সাতাইশ দিনৰ দিনা, বাবিলৰ ইবীল-মৰোদক ৰজাই যি বছৰত ৰাজত্ব কৰিবলৈ আৰম্ভ কৰিলে, সেই বছৰত তেওঁ বন্দীশালৰ পৰা যিহুদাৰ ৰজা যিহোয়াখীনৰ মূৰ দাঙিলে; [২৮]আৰু তেওঁক মৰমৰ কথা কলে, আৰু বাবিলত তেওঁৰ লগত থকা ৰজাবিলাকৰ আসনতকৈ তেওঁৰ আসন ওখত স্থাপন কৰিলে। [২৯]আৰু তেওঁ আপোন বন্দীশালৰ কাপৰ সলালে, আৰু তেওঁ জীয়াই থাকেমানে ৰজাৰ আগত সদায় ভোজন কৰিলে। [৩০]আৰু তেওঁৰ খোৰাকৰ বিষয়ে হলে, তেওঁ জীয়াই থাকেমানে, ৰজাৰ আজ্ঞাৰে এক এক দিনৰ উপযুক্ত খাদ্য দ্ৰব্য প্ৰতিদিনে তেওঁক দিয়া হৈছিল।

---

# বংশাৱলিৰ প্ৰথম পুস্তক।

---

যাকোবৰ দিনলৈকে আদমৰ বংশাৱলি।

**১** আদম, চেথ, ইনোচ, [২]কৈনন, মহললেল, যেৰদ, [৩]হনোক, মথূচেলহ, লেমক, [৪]নোহ, চেম, হাম, আৰু যেফৎ।

[৫]যেফতৰ সন্তান গোমৰ, মাগোগ, মাদয়, যাবন, তূবল, মেচেক, আৰু তীৰচ। [৬]আৰু গোমৰৰ সন্তান অস্কিনজ, দীফৎ, আৰু তোগৰ্মা। [৭]আৰু যাবনৰ সন্তান ইলীচ, তৰ্চীচ, কিত্তীম, আৰু ৰোদানীম।

[৮]হামৰ সন্তান কূচ, মিচৰ, পূট, আৰু কনান। [৯]আৰু কূচৰ সন্তান চবা, হবীলা, চব্তা, ৰয়মা, আৰু চব্তকা। ৰয়মাৰ সন্তান হলে চিবা আৰু দদান। [১০]কূচৰ পুত্ৰ নিম্ৰোদ; তেওঁ পৃথিবীত মহাপৰাক্ৰমী হব ধৰিলে। [১১]আৰু মিচৰৰ পৰা লূদীয়া, অনামীয়া, লহাবীয়া, নপ্তুহীয়া, [১২]পথ্ৰোচীয়া জাতি, আৰু যাৰ পৰা পলেষ্টীয়াবিলাক বাহিৰ হল, এনে, কচ্লুহীয়া জাতি, আৰু কপ্তোৰীয়া জাতি, এইবিলাক উৎপন্ন হল। [১৩]কনানৰ জ্যেষ্ঠ পুত্ৰ চীদোন, চীদোনৰ পাছত হেৎ; [১৪]আৰু যিবূচীয়া, ইমোৰীয়া, গিৰ্গাচীয়া, [১৫]হিব্বীয়া, অৰ্কীয়া, চীনীয়া, [১৬]অৰ্বদীয়া, চমাৰীয়া, আৰু হমাতীয়া জাতিও তেওঁৰ পৰা উৎপন্ন হল।

[১৭]চেমৰ সন্তান এলম, অচূৰ, অৰ্ফকচদ, লূদ, অৰাম, উচ, হূল, গেথৰ, আৰু মেচেক। [১৮]আৰু অৰ্ফকচদৰ সন্তান চেলহ; আৰু চেলহৰ সন্তান এবৰ। [১৯]এবৰৰ দুজন পুত্ৰ জন্মিল; এজনৰ নাম পেলগ [বিভাগ], কিয়নো তেওঁৰ দিনতে পৃথিবী বিভক্ত হল; আৰু তেওঁৰ ভায়েকৰ নাম যক্তন। [২০]আৰু যক্তনৰ পুত্ৰ অল্মোদদ, চেলফ, হচৰ্মাবৎ, যেৰহ, [২১]হদোৰাম, উজল, দিক্লা, [২২]এবল, অবীমায়েল, চিবা, [২৩]ওফীৰ, হবীলা, আৰু যোবব; এই সকলো যক্তনৰ সন্তান।

[২৪]চেম, অৰ্ফকচদ, চেলহ, [২৫]এবৰ, পেলগ,

ৰিয়ু, [২৬] চৰূগ, নাহোৰ, তেৰহ, [২৭] অব্ৰাম অৰ্থাৎ অব্ৰাহাম। [২৮] অব্ৰাহামৰ পুত্ৰ ইচ্হাক আৰু ইশ্মায়েল।

[২৯] সিবিলাকৰ বংশাৱলি এই; ইশ্মায়েলৰ জ্যেষ্ঠ পুত্ৰ নবায়োৎ, নবায়োতৰ পাছে কেদৰ, অদ্বেল, মিব্চম, [৩০] মিচ্মা, দূমা, মচ্চা, হদদ, তেমা, [৩১] যটূৰ, নাফীচ, আৰু কেদ্মা; এইবিলাক ইশ্মায়েলৰ সন্তান।

[৩২] অব্ৰাহামৰ উপপত্নী কটূৰাৰ সন্তান জিম্ৰণ, যক্চন, মদান, মিদিয়ন, যিচ্বক, আৰু চূহ। যক্চনৰ সন্তান চিবা আৰু দদান। [৩৩] আৰু মিদিয়নৰ সন্তান ঐফা, এফৰ, হনোক, অবীদা, আৰু ইল্দায়া; এইবিলাক কটূৰাৰ সন্তান।

[৩৪] আৰু অব্ৰাহামৰ পুত্ৰ যি ইচ্হাক, তেওঁৰ পুত্ৰ এচৌ আৰু ইস্ৰায়েল।

[৩৫] এচৌৰ সন্তান ইলীফজ, ৰুৱেল, যিয়ূচ, যালম, আৰু কোৰহ। [৩৬] ইলীফজৰ পুত্ৰ তৈমন, ওমাৰ, চফী, গয়িতম, কনজ, তিম্না, আৰু অমালেক। [৩৭] ৰুৱেলৰ পুত্ৰ নহৎ, জেৰহ, চম্মা, আৰু মিজ্জা। [৩৮] চেয়ীৰৰ সন্তান লোটন, চোবল, চিবিয়োন, অনা, দিচোন, এচৰ, আৰু দীচন। [৩৯] আৰু লোটনৰ সন্তান হোৰী আৰু হোমম; আৰু লোটনৰ ভনীয়েক তিম্না। [৪০] চোবলৰ সন্তান অলিয়ন, মানহৎ, এবল, চফী, আৰু ওনম। আৰু চিবিয়োনৰ সন্তান অয়া আৰু অনা। [৪১] অনাৰ পুত্ৰ দীচোন। দীচোনৰ পুত্ৰ হিম্ৰণ, ইচ্বন, যিত্ৰণ, আৰু কৰান। [৪২] এচৰৰ পুত্ৰ বিল্হন, জাবন, আৰু যাকন। দীচনৰ পুত্ৰ উচ আৰু অৰান। [৪৩] ইস্ৰায়েলৰ সন্তানবিলাকৰ ওপৰত কোনো ৰজাই ৰাজত্ব কৰাৰ পূৰ্ব্বেই, ইদোম দেশত ৰাজত্ব কৰা ৰজা এইবিলাক; বিয়োৰৰ পুত্ৰ বিলা; তেওঁৰ নগৰৰ নাম দিন্হাবা। [৪৪] পাছে বিলাৰ মৃত্যু হলত, বস্ৰাত থকা জেৰহৰ পুত্ৰ যোববে তেওঁৰ সলনি ৰাজত্ব কৰিছিল। [৪৫] আৰু যোববৰ মৃত্যু হলত, তৈমন দেশীয় হূচমে তেওঁৰ সলনি ৰাজত্ব কৰিছিল। [৪৬] আৰু হূচমৰ মৃত্যু হলত, তেওঁৰ সলনি মোৱাবৰ পথাৰত মিদিয়নক জয় কৰা বদদৰ পুত্ৰ হদদে ৰাজত্ব কৰিছিল; তেওঁৰ নগৰৰ নাম অবীৎ। [৪৭] আৰু হদদৰ মৃত্যু হলত, তেওঁৰ সলনি মস্ৰেকাৰ চম্লাই ৰাজত্ব কৰিছিল। [৪৮] আৰু চম্লাৰ মৃত্যু হলত, তেওঁৰ সলনি ফৰাৎ নদীৰ ওচৰৰ ৰহোবোতীয়া চৌলে ৰাজত্ব কৰিছিল। [৪৯] পাছে চৌলৰ মৃত্যু হলত, তেওঁৰ সলনি অক্বোৰৰ পুত্ৰ বাল্হাননে ৰাজত্ব কৰিছিল। [৫০] আৰু বাল্-হাননৰ মৃত্যু হলত, তেওঁৰ সলনি হদদে ৰাজত্ব কৰিছিল; তেওঁৰ নগৰৰ নাম পায়ী; আৰু তেওঁৰ ভাৰ্য্যাৰ নাম মে-জাহবৰ নাতিনীয়েক মট্ৰেদৰ জীয়েক মহেটবেল। [৫১] পাছে হদদ মৰিল। ইদোমৰ গামবিলাকৰ নাম; তিম্না গাম, অলিয়া গাম, যিথেৎ গাম, [৫২] অহলীবামা গাম, এলা গাম, পীনোন গাম, [৫৩] কনজ গাম, তৈমন গাম, মিব্চৰ গাম, [৫৪] মগ্দীয়েল গাম, আৰু ঈৰম গাম; এইবিলাক ইদোমৰ গাম আছিল।

যাকোবৰ পুত্ৰবিলাক, আৰু সিবিলাকৰ সন্তান-সন্ততি।

২ ইস্ৰায়েলৰ পুত্ৰবিলাক এই; ৰূবেণ, চিমিয়োন, লেবী, যিহূদা, ইচাখৰ, জবূলূন, [২] দান, যোচেফ, বিন্যামীন, নপ্তালী, গাদ, আৰু আচেৰ।

[৩] যিহূদাৰ পুত্ৰ, এৰ, ওনন, আৰু চেলা; তেওঁৰ এই তিনি জন পুত্ৰ কনানীয়া চূৱাৰ জীয়েকৰ গৰ্ভত তেওঁলৈ জন্মিছিল। সিবিলাকৰ মাজৰ যিহূদাৰ বড় পুতেক এৰ যিহোৱাৰ দৃষ্টিত দুষ্ট হোৱাত, তেওঁ তাক মাৰিলে। [৪] পাছে যিহূদাৰ পো-বোৱাৰীয়েক তামৰে তেওঁৰ ঔৰসত পেৰচ আৰু জেৰহক জন্মালে। যিহূদাৰ পুতেক সৰ্ব্বমোট পাঁচ জন। [৫] পেৰচৰ পুতেক হিষ্ৰোণ আৰু হামূল। [৬] আৰু জেৰহৰ সন্তান জিম্ৰী, এথন, হেমন, কল্কোল, আৰু দাৰা, সৰ্ব্বমোট পাঁচ জন। [৭] কৰ্ম্মীৰ পুতেক আখৰ; সি বৰ্জ্জিত বস্তুৰ বিষয়ে সত্য-লঙ্ঘন কৰি ইস্ৰায়েলক দুঃখত পেলাইছিল। [৮] এথনৰ পুতেক অজৰিয়া। [৯] হিষ্ৰোণৰ ঔৰসত জন্মা যিৰহমেল, ৰাম, আৰু কলূবয়। [১০] ৰামৰ পুতেক অম্মীনাদব; অম্মীনাদবৰ পুতেক যিহূদাৰ সন্তানবিলাকৰ অধ্যক্ষ নহচোন; [১১] নহচোনৰ পুতেক চল্মা; চল্মাৰ পুতেক বোৱজ; [১২] বোৱজৰ পুতেক ওবেদ; ওবেদৰ

পুতেক যিচয়; [১৩]যিচয়র জ্যেষ্ঠ পুত্র ইলীয়াব, দ্বিতীয় অবীনাদব, তৃতীয় চিমিয়া, [১৪]চতুর্থ নথনেল, পঞ্চম রদ্দয়, [১৫]ষষ্ঠ ওচম, আরু সপ্তম দায়ূদ; [১৬]আরু সিবিলাকর ভনীয়েক চরূয়া আরু অবীগল। আরু চরূয়ার পুত্র তিনি জন, অবীচয়, যোৱাব, আরু অচাহেল। [১৭]অবীগলর পুত্র অমাচা; এই অমাচার বাপেক ইশ্মায়েলীয়া যেথর। [১৮]আরু হিষ্ৰোণর পুত্র কালেবর তিরুতা অজূবা আরু যিরীয়োতে তেওঁর ঔরসত সন্তান জন্মালে; অজূবার পুতেক যেচর, চোবব, আরু অর্দোন। [১৯]আরু অজূবা মরিলত, কালেবে ইফ্রাথাক বিয়া করিলে; তাই তেওঁর ঔরসত হূরক জন্মালে; [২০]হূরর পুতেক উরী, আরু উরীর পুতেক বচলেল। [২১]পাছে হিষ্ৰোণে গিলিয়দর বাপেক মাখীরর জীয়েকক ষাইঠ বছর বয়সত বিয়া করি তাইত গমন করিলে; তাতে সেই তিরুতাই তেওঁর ঔরসত চগূবক জন্মালে। [২২]চগূবর পুতেক যায়ীর; গিলিয়দ দেশত তেওঁর তেইশখন নগর আছিল। [২৩]গচূর আরু অরামে সিবিলাকর পরা যায়ীরর নগর, অর্থাৎ কনাৎ আরু তার গাঁৱে সৈতে ষাইঠখন নগর ললে; এই আটাইবিলাক গিলিয়দর বাপেক মাখীরর সন্তান আছিল। [২৪]পাছে হিষ্ৰোণ কালেব-ইফ্রাথাত মরিলত, হিষ্ৰোণর তিরুতা অবিয়াই তেওঁর ঔরসত তকোৱার বাপেক অচ্‌হূরক জন্মালে। [২৫]হিষ্ৰোণর বড় পুতেক যি যিরহমেল, তেওঁর প্রথম পুতেক রাম, রামর পাছে বূনা, ওরণ, ওচম, আরু অহিয়া। [২৬]আরু অটারা নামেরে যিরহমেলর আরু এজনী তিরুতা আছিল; তাই ওনমর মাক। [২৭]আরু যিরহমেলর বড় পুতেক যি রাম, তেওঁর পুতেক মাচ, যামীন, আরু একর। [২৮]আরু ওনমর পুতেক চম্ময় আরু যাদা; আরু চম্ময়র পুতেক নাদব আরু অবীচূর। [২৯]আরু অবীচূরর তিরুতার নাম অবীহয়িল; তাই তেওঁর ঔরসত অহ্‌বান আরু মোলীদক জন্মালে। [৩০]আরু নাদবর পুতেক চেলদ আরু অপ্পয়িম; কিন্তু চেলদ অপুত্রক হৈ মরিল। [৩১]অপ্পয়িমর পুতেক যিচী, যিচীর পুতেক চেচন, আরু চেচনর পুতেক অহলয়। [৩২]আরু চম্ময়র ভায়েক যাদার পুতেক যেথর আরু যোনাথন; যেথর অপুত্রক হৈ মরিল। [৩৩]যোনাথনর পুতেক পেলৎ আরু জাজা। এইবিলাকেই যিরহমেলর সন্তান। [৩৪]চেচনর পুতেক নাছিল, কেৱল জীয়েক আছিল। যর্হা নামেরে চেচনর এজন মিচরীয়া দাস আছিল। [৩৫]পাছে চেচনে আপোনার দাস যর্হাই সৈতে আপোন জীয়েকক বিয়া দিলে; তাই তেওঁর ঔরসত অত্তয়ক জন্মালে। [৩৬]অত্তয়র পুতেক নাথন; নাথনর পুতেক জাবদ; [৩৭]জাবদর পুতেক ইফ্‌লল; ইফ্‌ললর পুতেক ওবেদ; [৩৮]ওবেদর পুতেক যেহূ; যেহূর পুতেক অজরিয়া; [৩৯]অজরিয়ার পুতেক হেলচ; হেলচর পুতেক ইলিয়াচা; [৪০]ইলিয়াচার পুতেক চিচময়; চিচময়র পুতেক চল্লুম; [৪১]চল্লুমর পুতেক যকমিয়া; আরু যকমিয়ার পুতেক ইলীচামা। [৪২]যিরহমেলর ভায়েক কালেবর পুতেক প্রথমে জন্মা মেচা, তেওঁ জীফর বাপেক; আরু হিব্রোণর বাপেক যি মারেচা, তেওঁর পুতেকবিলাক। [৪৩]আরু হিব্রোণর পুতেক কোরহ, তপ্পূহ, রেকম, আরু চেমা। [৪৪]আরু চেমার পুতেক যর্কিয়মর বাপেক রহম; আরু রেকমর পুতেক চম্ময়। [৪৫]চম্ময়র পুতেক মায়োন; আরু মায়োন বৈৎ-চূরর বাপেক। [৪৬]আরু কালেবর উপপত্নী ঐফাই হারণ, মোচা, আরু গাজেজক জন্মালে; আরু হারণর পুতেক গাজেজ। [৪৭]আরু যেহদয়র পুতেক রেগম, যোথম, গেচন, পেলট, ঐফা, আরু চাফ। [৪৮]আরু কালেবর উপপত্নী মাখাই চেবর আরু তির্হনাক জন্মালে। [৪৯]তাই মদ্‌মন্নার বাপেক চাফক, আরু মগ্‌বেনা ও গিবিয়ার বাপেক চবাক জন্মালে; আরু কালেবর জীয়েকর নাম অক্‌চা। [৫০]এইবিলাক কালেবর সন্তান; ইফ্রাথার গর্ভত প্রথমে জন্মা হূরর পুতেক, কিরিয়ৎ-যিয়ারীমর বাপেক চোবল, [৫১]বৈৎ-লেহমর বাপেক চল্‌মা, বৈৎ-গাদেরর বাপেক হারেফ। [৫২]আরু কিরিয়ৎ-যিয়ারীমর বাপেক চোবলর পুতেকবিলাক আছিল; হারোয়ি আরু মানহতীয়াবিলাকর আধা ভাগ। [৫৩]আরু কিরিয়ৎ-যিয়ারীমর গোষ্ঠী যিত্রীয়া, পূথীয়া, চূমাথীয়া, আরু মিশ্রায়ীয়াবিলাক; ইবিলাকর পরা চরায়ীয়া আরু ইষ্টায়োলীয়া,

বিলাক উৎপন্ন হল। ৫৪ চল্‌মাৰ সন্তান বৈৎ-লেহম, নটোফাতীয়া লোক, অট্রোৎ-বৈৎ-যোৱাব, মানহতীয়াবিলাকৰ আধা ভাগ লোক, আৰু চৰীয়া লোক। ৫৫ আৰু যাবেচ-নিবাসী লিখক-বিলাকৰ গোষ্ঠী তিৰাথীয়া, চিমিয়াথীয়া, আৰু চুখাথীয়া লোক; এইবিলাক ৰেখবৰ বংশৰ আদি-পিতৃ হম্মতৰ পৰা উৎপন্ন হোৱা কেনীয়া লোক।

দায়ূদৰ সন্তানবিলাকৰ তালিকা।

৩ হিব্ৰোণত জন্মা দায়ূদৰ পুতেকবিলাকৰ নাম এই; তেওঁৰ বড় পুতেক অম্নোন, সি যিজ্ৰিয়েলীয়া অহীনোৱমৰ গৰ্ত্তত জন্মা; দ্বিতীয় দানিয়েল, সি কৰ্ম্মিলীয়া অবীগলৰ গৰ্ত্তত জন্মা; ২ তৃতীয় অবচালোম, সি গচূৰৰ তল্‌ময় ৰজাৰ জীয়েক মাখাৰ পুতেক; চতুৰ্থ অদোনিয়া, সি হগ্‌গীতৰ পুতেক; ৩ পঞ্চম চফটিয়া, সি অবীটলৰ গৰ্ত্তত জন্মা; ষষ্ঠ যিত্ৰিয়ম, সি তেওঁৰ তিৰুতা ইগ্লাৰ গৰ্ত্তত জন্মা। ৪ তেওঁৰ সেই ছটা পুতেক হিব্ৰোণত জন্মিল; তেওঁ সেই ঠাইত সাত বছৰ ছমাহ ৰাজত্ব কৰিছিল, আৰু যিৰূচালেমত তেত্ৰিশ বছৰ ৰাজত্ব কৰিছিল। ৫ আৰু যিৰূচালেমত জন্মা তেওঁৰ পুতেক এই-বিলাক; চিমিয়া, চোবব, নাথন, আৰু চলোমন; এই চাৰি জন অম্মীয়েলৰ জীয়েক বৎ-চূৱাৰ গৰ্ত্তত জন্মা; ৬ ইয়াত বাজে, যিভৰ, ইলীচামা, ইলীফেলট, ৭ নোগহ, নোফগ, যাফিয়া, ৮ ইলীচামা, ইলিয়াদা, আৰু ইলীফেলট, এই ন জন। ৯ উপপত্নীবোৰৰ পৰা হোৱা সন্তানবিলাক এৰি, এইবিলাক দায়ূদৰ সন্তান; আৰু তামৰ সিবিলাকৰ ভনীয়েক আছিল। ১০ চলোমনৰ পুতেক ৰহবিয়াম; ৰহবিয়ামৰ পুতেক অবিয়া; অবিয়াৰ পুতেক আচা; আচাৰ পুতেক যিহোচাফট; যিহোচাফটৰ পুতেক যোৰাম; ১১ যোৰামৰ পুতেক অহজিয়া; অহ-জিয়াৰ পুতেক যোৱাচ; ১২ যোৱাচৰ পুতেক অম-চিয়া; অমচিয়াৰ পুতেক অজৰিয়া; অজৰিয়াৰ পুতেক যোথম; যোথমৰ পুতেক আহজ; ১৩ আহজৰ পুতেক হিষ্কিয়া; হিষ্কিয়াৰ পুতেক মনচি; ১৪ মনচিৰ পুতেক আমোন; আমোনৰ পুতেক যোচিয়া। ১৫ যোচিয়াৰ পুতেক প্ৰথমে জন্মা যোহানন, দ্বিতীয় যিহোয়াকীম, তৃতীয় চিদিকিয়া, আৰু চতুৰ্থ চল্লুম। ১৬ যিহোয়াকীমৰ সন্তান; তেওঁৰ পুতেক যকনিয়া, যকনিয়াৰ পুতেক চিদিকিয়া। ১৭ বন্দী কৰি নিয়া যকনিয়াৰ পুতেকবিলাক; তেওঁৰ পুতেক চল্টীয়েল, ১৮ আৰু মল্কিৰাম, পদায়া, চিনচৰ, যকমিয়া, হোচামা, আৰু নদবিয়া। ১৯ আৰু পদায়াৰ পুতেক জৰুব্বাবিল ও চিমিয়ী; আৰু জৰুব্বাবিলৰ পুতেক মচুল্লম ও হননিয়া; আৰু চলোমীৎ নামেৰে সিবিলাকৰ ভনীয়েক; ২০ আৰু হচুবা, ওহেল, বেৰেখিয়া, হচদিয়া, আৰু যুচবহেচদ, এই পাঁচ জন। ২১ আৰু হননিয়াৰ পুতেক পলটিয়া ও যিচয়া; ৰফায়াৰ সন্তান, অৰ্ণনৰ সন্তান, ওবদিয়াৰ সন্তান, চথনিয়াৰ সন্তান। ২২ আৰু চথনিয়াৰ পুতেক চময়িয়া; আৰু চময়িয়াৰ পুতেক হটূচ, যিগাল, বাৰীহ, নিয়ৰিয়া, আৰু চাফট, এই ছয় জন। ২৩ আৰু নিয়ৰিয়াৰ পুতেক ইলীয়োঐনয়, হিষ্কিয়া, আৰু অজ্ৰীকাম, এই তিনি জন। ২৪ আৰু ইলীয়োঐনয়ৰ পুতেক হোদবিয়া, ইলিয়াচীব, পলায়া, অক্কুব, যোহানন, দলায়া, আৰু অনানী, এই সাত জন।

ইস্ৰায়েলৰ কৈদবিলাকৰ বংশাৱলি।

৪ যিহূদাৰ সন্তান পেৰচ, হিষ্ৰোণ, কৰ্ম্মী, হূৰ, আৰু চোবল। ২ চোবলৰ পুতেক ৰায়া, ৰায়াৰ পুতেক যহৎ, যহতৰ পুতেক অহূময় আৰু লহদ; এইবিলাক চৰায়ীয়া গোষ্ঠী। ৩ আৰু এটমৰ বাপেকৰ সন্তান এই, যিজ্ৰিয়েল, যিচমা, আৰু যিদ্‌বচ; সিবিলাকৰ ভনীয়েকৰ নাম হচ্ছলেল্‌পোনী; ৪ আৰু গদোৰৰ বাপেক পনূৱেল, আৰু হূচাৰ বাপেক এজৰ। এই-বিলাক বৈৎ-লেহমৰ বাপেক ইফ্ৰাথাৰ গৰ্ত্তত প্ৰথমে জন্মা হূৰৰ সন্তান। ৫ তকোৱাৰ বাপেক অচ্‌হূৰৰ হেলা আৰু নাৰা নামেৰে দুজনী তিৰুতা আছিল। ৬ নাৰাই তেওঁৰ ঔৰসত অহূজ্জম, হেফৰ, তৈমিনী, আৰু হহষ্টাৰীক জন্মালে; এইবিলাক নাৰাৰ সন্তান। ৭ আৰু হেলাৰ সন্তান চেৰৎ, যিচ্‌হৰ, আৰু ইৎনন। ৮ আৰু হক্কোচৰ ঔৰসত আনূব, চোবেবা, আৰু হাৰুমৰ পুতেক অহৰ্হেলৰ গোষ্ঠীবিলাক জন্মিল। ৯ আৰু যাবেচ আপোন ভাই-ককাইহঁতৰ মাজত সকলোতকৈ সম্ভ্ৰান্ত লোক আছিল;

মাকে তেওঁৰ নাম যাবেচ [ দুঃখদায়ক ] দি কলে, ময় ইয়াক দুঃখেৰে জন্মালোঁ। [১০] কিন্তু যাবেচে ইস্ৰায়েলৰ ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰি কলে, আপুনি কোনো ৰূপে মোক আশীৰ্ব্বাদ দিলে, মোৰ সীমাও বৃদ্ধি কৰিলে, আপোনাৰ হাত মোৰ সঙ্গে সঙ্গে থাকিলে, আৰু ময় যেন দুঃখ নেপাওঁ, এই নিমিত্তে বেয়াৰ পৰা মোক ৰক্ষা কৰিলে বড় ভাল হয়। তাতে, তেওঁ খোজাৰ দৰে ঈশ্বৰে তেওঁক দিলে। [১১] চুহাৰ ভায়েক কলূবৰ পুতেক মহীৰ; তেওঁ ইষ্টোনৰ বাপেক। [১২] আৰু ইষ্টোনৰ পুতেক বৈৎ-ৰাফা, পাচেহ, আৰু ঈৰ-নাহচৰ বাপেক তহিন্না; এইবিলাক ৰেকাৰ মানুহ। [১৩] আৰু কনজৰ পুতেক অৎনীয়েল ও চৰায়া; আৰু অৎনীয়েলৰ পুতেক হথৎ। [১৪] আৰু মিয়োনোথয়ৰ পুতেক অফ্ৰা: চৰায়াৰ পুতেক শিল্পকৰ্ম্ম কৰাবোৰৰ উপত্যকা-নিবাসী-বিলাকৰ বাপেক যোৱাব: কিয়নো সিবিলাক শিল্পকৰ্ম্ম কৰা লোক আছিল। [১৫] আৰু যিফুন্নিৰ পুত্ৰ যি কালেব, তেওঁৰ পুতেক ঈৰ, এলা, আৰু নয়ম; আৰু এলাৰ সন্তানবিলাক: আৰু কনজ। [১৬] আৰু যিহল্লেললৰ পুতেক জীফ ও জীফা, তীৰিয়া ও অচৰেল। [১৭] আৰু ইজ্ৰাৰ পুতেক যেথৰ, মেৰদ, এফৰ, আৰু যালোন; আৰু তাই মিৰিয়ম, চম্ময়, আৰু ইষ্টমোৱাৰ বাপেক যিচ্‌বহক জন্মালে। [১৮] আৰু তেওঁৰ যিহূদীয়া তিৰুতাই গদোৰৰ বাপেক যেৰদক, চোকোৰ বাপেক হেবৰক, আৰু জানোহৰ বাপেক যিকূথীয়েলক জন্মালে; এই-বিলাক মেৰদে বিয়া কৰা ফৰৌণৰ জীয়েক বিথিয়াৰ সন্তান। [১৯] আৰু নহমৰ ভনীয়েক হোদিয়াৰ তিৰুতাৰ সন্তান গৰ্মীয়া কয়ীলাৰ বাপেক, আৰু মাখাথীয়া ইষ্টমোৱা। [২০] আৰু চীমোনৰ সন্তান অম্নোন, ৰিন্না, বিন-হানন, ও তীলোন। আৰু যিচীৰ পুতেক জোহেৎ ও বিনজোহেৎ। [২১] যিহূদাৰ পুতেক চেলাৰ সন্তান এই; লেকাৰ বাপেক এৰ, মাৰেচাৰ বাপেক লদ্দা, অচ্‌বেয়াৰ বংশত জন্মা মিহি শণ সূতাৰে কাপৰ বোৱাবিলাকৰ আটাই গোষ্ঠী, [২২] যোকীম, কোজেবাৰ লোক, যোৱাচ, মোৱাবৰ শাসনকৰ্ত্তা চাৰফ, আৰু যাচূবী-লেহম। এই-বোৰ অতি পুৰণী কথা। [২৩] সিবিলাক কুমাৰ আছিল, আৰু নটয়িম ও গদেৰা-নিবাসী; সিবিলাকে সেই ঠাইত ৰজাৰ কাৰ্য্য কৰিবৰ নিমিত্তে তেওঁৰ ওচৰত থাকিছিল।

[২৪] চিমিয়োনৰ সন্তান নমূৱেল, যামীন, যাৰীব, জেৰহ, আৰু চৌল; [২৫] চৌলৰ পুতেক চল্লূম, চল্লূমৰ পুতেক মিব্‌চম, মিব্‌চমৰ পুতেক মিচ্‌মা। [২৬] আৰু মিচ্‌মাৰ সন্তানবিলাক; তেওঁৰ পুতেক হমূৱেল, হমূৱেলৰ পুতেক জক্কুৰ, জক্কুৰৰ পুতেক চিমিয়ী। [২৭] আৰু চিমিয়ীৰ যোলটা পুতেক আৰু ছজনী জীয়েক আছিল; কিন্তু তেওঁৰ ভায়েকবিলাকৰ অধিক সন্তান নাছিল, আৰু সিবিলাকৰ সকলো গোষ্ঠী যিহূদাৰ সন্তান-বিলাকৰ দৰে নেবাঢ়িল। [২৮] সিবিলাকে বেৰ-চেবাত, মোলাদাত, হচৰ-চূৱালত, [২৯] বিল্‌হাত, এচমত, তোলদত, [৩০] বথূৱেলত, হৰ্মাত, চিক্লগত, [৩১] বৈৎ-মাৰ্কাবোত্তত, হচৰ-চূচীমত, বৈৎ-বিৰীত, আৰু চাৰয়িমত বাস কৰিছিল; দায়ূদৰ ৰাজত্ব-লৈকে এইবোৰ নগৰ সিবিলাকৰ হৈ আছিল। [৩২] আৰু সিবিলাকৰ গাঁৱে সৈতে এটম, ঐন, ৰিম্মোন, তোখন, আৰু আচন, এই পাঁচখন নগৰ; [৩৩] আৰু বাললৈকে এইবোৰ নগৰৰ চাৰিওফালে থকা আটাই গাঁও সিবিলাকৰ আছিল। এয়ে সিবিলাকৰ নিবাসৰ ঠাই; আৰু সিবিলাকৰ বংশাবলি এই দৰেই আছিল। [৩৪] আৰু মচোবব, যম্লেক, ও অমচিয়াৰ পুতেক যোচা; [৩৫] যোৱেল, আৰু অচীয়েলৰ পৰিনাতি চৰায়াৰ নাতি যোচিবিয়াৰ পুতেক যেহূ; [৩৬] ইলিয়োঐনয় যাকোবা, যিচোহায়া, অচায়া, অদীয়েল, যিচিমীয়েল, আৰু বনায়া; [৩৭] আৰু চময়িয়াৰ অতি বৃদ্ধ পৰিনাতি চিম্ৰীৰ বৃদ্ধ পৰিনাতি যদায়াৰ পৰিনাতি অল্লোনৰ নাতি চিফীৰ পুতেক জীজা; [৩৮] ওপৰে নাম কোৱা সেই লোকবিলাক আপোন আপোন গোষ্ঠীৰ অধ্যক্ষ আছিল; আৰু সিবিলাকৰ পিতৃ-বংশবিলাক অতিশয়ৰূপে বৃদ্ধি পালে। [৩৯] সিবি-লাকে আপোনাবিলাকৰ পশুৰ জাকবোৰ চৰাবলৈ ঠাই বিচাৰি, গদোৰৰ প্ৰবেশস্থানলৈ উপত্যকাৰ পূব কাললৈকে গল। [৪০] তাতে সিবিলাকে বহুৎ ঘাঁহ থকা উত্তম চৰণী ঠাই পালে; সেই দেশ বহল, সুস্থিৰ, আৰু নিৰ্ভয়

আছিল; কারণ তাত বাস করা আগর লোক হামর বংশর আছিল। [৪১] যিহূদার হিষ্কিয়া রজাই রাজত্ব করা সময়ত, ওপরে কোৱা সেই সেই নামর লোকবিলাকে গৈ সেই লোকবিলাকর তাম্বু আরু সেই ঠাইত পোৱা মায়োনীয়াহঁতক আঘাত করি সিহঁতক নিঃশেষে বিনষ্ট করিলে, আজিলৈকে সেই অবস্থাত আছে; পাছে সিবিলাকে সিহঁতর ঠাইত বাস করিলে; কিয়নো তাত সিবিলাকর পশুর জাকর নিমিত্তে চরণী ঠাই আছিল। [৪২] আরু সিবিলাকর কিছুমান লোক, অর্থাৎ চিমিয়োনর সন্তানবিলাকর মাজর পাঁচ শ জনে যিচীর পুতেক পলটিয়া, নিয়রিয়া, রফায়া, আরু উজ্জীয়েলক সেনাপতি করি চেয়ীর পর্ব্বতলৈ গৈ, [৪৩] অমালেকীয়াহঁতর যি লোকবিলাক পলাই রক্ষা পাইছিল, সেইবোরক মারি সেই ঠাইত নিবাস করিলে; আজিলৈকে সিবিলাক তাতেই আছে।

৫ ইস্রায়েলর জ্যেষ্ঠ পুত্র রূবেণর সন্তানবিলাকর কথা। (কিয়নো রূবেণ জ্যেষ্ঠ পুত্র আছিল হয়, কিন্তু সি আপোন বাপেকর শয্যা অশুচি করার কারণে, তার জ্যেষ্ঠাধিকার ইস্রায়েলর পুত্র যোচেফর দুই পুতেকক দিয়া হল; তথাপি বংশাবলিত জ্যেষ্ঠর শ্রেণীত সিবিলাকর নাম লিখা নগল। [২] কারণ যিহূদা আপোন ভাইবিলাকর মাজত পরাক্রমী হল, আরু তেওঁর বংশর পরা অধিপতি উৎপন্ন হল; কিন্তু জ্যেষ্ঠাধিকার যোচেফর হল।) [৩] ইস্রায়েলর জ্যেষ্ঠ পুত্র রূবেণর সন্তান হনোক, পল্লূ, হিষ্রোণ, আরু কর্ম্মী। [৪] আরু যোয়েলর সন্তানবিলাক; তেওঁর পুতেক চিময়িয়া, চিময়িয়ার পুতেক গোগ, গোগর পুতেক চিমিয়ী, [৫] চিমিয়ীর পুতেক মীখা, মীখার পুতেক রায়া, রায়ার পুতেক বাল, [৬] বালর পুতেক বেরা; সেই বেরাক অচূরর রজা তিলগৎ-পিলনেচরে বন্দী করি লৈ গল; তেওঁ রূবেণীয়াবিলাকর অধ্যক্ষ আছিল। [৭] যেতিয়া সিবিলাকর বংশাবলি লিখা হল, তেতিয়া আপোন আপোন গোষ্ঠী অনুসারে তেওঁর ভাই এইবিলাক আছিল, প্রধান যিয়ীয়েল, দ্বিতীয় জখরিয়া, [৮] আরু যোয়েলর পরিনাতি চেমার নাতি আজজর পুতেক বেলা; তেওঁ নবো আরু বাল-মিয়োনলৈকে অরোয়েরত বাস করিছিল; [৯] আরু তেওঁ পূবদিশে ফরাৎ নদীর ওচরর পরা বিস্তৃত হোৱা অরণ্যর প্রবেশস্থানলৈকে বাস করিছিল, কিয়নো গিলিয়দ দেশত সিবিলাকর পশুবোর অতি অধিক হৈছিল। [১০] আরু চৌলর রাজত্বর কালত সিবিলাকে হাগরীয়াহঁতে সৈতে যুদ্ধ করিলে; হাগরীয়াহঁত সিবিলাকর হাতত মরা পড়িল; সিবিলাকে সিহঁতর তাম্বুত গিলিয়দর পূব ফালর আটাই দেশত বাস করিছিল।

[১১] আরু গাদর সন্তানবিলাকে সিবিলাকর সম্মুখত বাচান দেশত চলখালৈকে বাস করিছিল। [১২] সিবিলাকর মাজত প্রথম যোয়েল, দ্বিতীয় চাফন আছিল, তেওঁর পাছে যনয় আরু চাফট; এইবিলাক বাচানত আছিল। [১৩] আরু সিবিলাকর পিতৃ-বংশত জন্মা ভাই মীখায়েল, মচুল্লম, চেবা, যোরয়, যকন, জীয়া, আরু এবর, এই সাত জন। [১৪] এইবিলাক অবীহয়িলর সন্তান; সেই অবীহয়িল হূরীর পুতেক, হূরী যারোহর পুতেক, যারোহ গিলিয়দর পুতেক, গিলিয়দ মীখায়েলর পুতেক, মীখায়েল যিচীচয়র পুতেক, যিচীচয় যহদোর পুতেক, যহদো বূজর পুতেক; [১৫] গূনীর নাতি অব্দীয়েলর পুতেক অহী সিবিলাকর পিতৃ-বংশর মূল মানুহ আছিল। [১৬] সিবিলাকে গিলিয়দত, বাচানত, তার আটাই উপনগরত, আরু সেইবোরর সীমালৈকে চারোণর চারিওফালর ঠাইত বাস করিছিল। [১৭] আরু যিহূদার যোথম রজা আরু ইস্রায়েলর যারবিয়াম রজার রাজত্বর কালত সিবিলাক সকলোরে বংশাবলি লিখা আছিল।

[১৮] রূবেণর সন্তানবিলাকর, গাদীয়া লোকবিলাকর, আরু মনচির আধা ফৈদর মাজত ঢাল আরু তরোৱাল ধরিব পরা, ধনু মারিব পরা, যুদ্ধত নিপুণ, আরু রণলৈ যাব পরা চোৱাল্লিশ হাজার সাত শ ষাইঠ জন বীরপুরুষ আছিল। [১৯] সিবিলাকে হাগরীয়াহঁতর লগত, আরু যটূর, নাফীচ, ও নোদবর লগত যুদ্ধ করিছিল। [২০] সিহঁতর অহিতে সিবিলাকে সহায় পোৱাত, হাগরীয়াহঁতক আরু সিহঁতর লগত থকা আটাইকে সিবিলাকর হাতত সোধাই

দিয়া হল ; কিয়নো, সিবিলাকে রণত ঈশ্বরর আগত কাতরোক্তি করিলত, তেওঁ সিবিলাকর কাতরোক্তি শুনিলে, কারণ সিবিলাকে তেওঁত বিশ্বাস করিছিল। [২১] এই হেতুকে সিবিলাকে সিহঁতর পশু, অর্থাৎ পঞ্চাশ হাজার উট, দুই লাখ পঞ্চাশ হাজার মের আরু ছাগ, দুই হাজার গাধ, আরু এক লাখ মানুহ লৈ গল। [২২] কিয়নো, এই যুদ্ধ ঈশ্বরর পরা হোৱাত সিহঁতর অনেক লোক মরা পড়িল। পাছে, বন্দী করি নিয়া কাললৈকে, সিবিলাকে সিহঁতর সলনি সেই ঠাইত বাস করিলে।

[২৩] আরু মনচির আধা ফৈদর সন্তানবিলাকে সেই দেশত বাস করিলে ; সিবিলাকে বৃদ্ধি পাই বাচানর পরা বাল-হর্ম্মোণ, চনীর, আরু হর্ম্মোণ পর্ব্বতলৈকে ব্যাপি গল। [২৪] এইবিলাক আপোন আপোন পিতৃ-বংশর মূল মানুহ আছিল ; এফর, যিচী, ইলীয়েল, অজ্রীয়েল, যিরিমিয়া, হোদবিয়া, আরু যহদীয়েল ; এই-বিলাক বলৱান বীরপুরুষ, নাম জলা, আরু আপোন আপোন পিতৃ-বংশর মূল মানুহ আছিল।

[২৫] আরু সিবিলাকে আপোনাবিলাকর ওপর-পিতৃবিলাকর ঈশ্বরর বিরুদ্ধে সত্যলঙ্ঘন করি, সেই দেশর যি জাতিবিলাকক ঈশ্বরে সিবিলাকর আগর পরা উচ্ছন্ন করিছিল, সেই জাতি-বিলাকর দেৱতাবোরর পাছত চলি ব্যভিচারী হল। [২৬] তাতে ইস্রায়েলর ঈশ্বরে পূল আরু তিল্গৎ-পিল্নেচর নামেরে অচূরর দুজন রজার প্রবৃত্তি জন্মালত, তেওঁ সিবিলাকক, অর্থাৎ রূবেণীয়া ও গাদীয়াবিলাকক, আরু মনচির আধা ফৈদক হলহ, হাবোর, হারা, আরু গোজনর নদীলৈকে লৈ গল ; আজিলৈকে সিবিলাক সেই সেই ঠাইতে আছে।

৬ লেবীর পুতেক গের্চোন, কহাৎ, আরু মরারী। [২] কহাতর পুতেক অম্রম, যিচ্হর, হিব্রোণ, আরু উজ্জীয়েল। [৩] আরু অম্রমর সন্তান হারোণ, মোচি, আরু মিরিয়ম। হারোণর পুতেক নাদব, অবীহূ, ইলিয়াজর, আরু ঈথামর। [৪] ইলিয়াজরর পুতেক পীনহচ ; পীনহচর পুতেক অবীচূৱা ; [৫] অবীচূৱার পুতেক বুক্কী ; বুক্কীর পুতেক উজ্জী ; [৬] উজ্জীর পুতেক জরহিয়া ; জরহিয়ার পুতেক মরায়োৎ ; [৭] মরায়োতর পুতেক অমরিয়া, অমরিয়ার পুতেক অহীটূব ; [৮] অহীটূবর পুতেক চাদোক ; চাদোকর পুতেক অহীমাচ ; [৯] অহীমাচর পুতেক অজরিয়া ; অজ-রিয়ার পুতেক যোহানন ; [১০] যোহাননর পুতেক অজরিয়া ; (এই অজরিয়াই যিরূচালেমত চলো-মনে নির্ম্মাণ করা মন্দিরত পুরোহিত-কর্ম্ম করি-ছিল ;) [১১] অজরিয়ার পুতেক অমরিয়া; অমরিয়ার পুতেক অহীটূব ; [১২] অহীটূবর পুতেক চাদোক ; চাদোকর পুতেক চল্লূম ; [১৩] চল্লূমর পুতেক হিল্কিয়া ; হিল্কিয়ার পুতেক অজরিয়া ; [১৪] অজ-রিয়ার পুতেক চরায়া ; চরায়ার পুতেক যিহো-চাদক। [১৫] যি সময়ত যিহোৱাই নবূখদ্নেচরর হাতর দ্বারায় যিহূদা আরু যিরূচালেমক বন্দী করি নিয়ালে, সেই সময়ত এই যিহোচাদককো বন্দী করি নিয়া হল।

[১৬] লেবীর পুতেক গের্চোম, কহাৎ, আরু মরারী। [১৭] গের্চোমর সন্তানবিলাকর নাম এই, লিব্নী আরু চিমিয়ী। [১৮] কহাতর পুতেক অম্রম, যিচ্হর, হিব্রোণ, আরু উজ্জীয়েল। [১৯] মরারীর পুতেক মহলী আরু মূচী। আপোন আপোন পিতৃ-বংশ অনুসারে এইবিলাক লেবীয়াবিলাকর গোষ্ঠী। [২০] গের্চোমর সন্তান ; গের্চোমর পুতেক লিব্নী, লিব্নীর পুতেক যহৎ, যহতর পুতেক জিম্মা, [২১] জিম্মার পুতেক যোৱাহ, যোৱাহর পুতেক ইদ্দো, ইদ্দোর পুতেক জেরহ, জেরহর পুতেক যিয়থরয়। [২২] কহাতর সন্তান ; কহাতর পুতেক অম্মীনাদব, অম্মীনাদবর পুতেক কোরহ, কোরহর পুতেক অচীর, [২৩] অচীরর পুতেক ইল্কানা, ইল্কানার পুতেক অবিয়াচফ, অবিয়াচফর পুতেক অচীর, [২৪] অচীরর পুতেক তহৎ, তহতর পুতেক উরীয়েল, উরীয়েলর পুতেক উজ্জীয়া, উজ্জীয়ার পুতেক চৌল। [২৫] আরু ইল্কানার সন্তান অমাচয় আরু অহীমোৎ। [২৬] ইল্কানা ; ইল্কানার পুতেক চফয়, চফয়র পুতেক নহৎ, [২৭] নহতর পুতেক ইলীয়াব, ইলীয়াবর পুতেক যিরোহম, যিরোহমর পুতেক ইল্কানা। [২৮] চমূৱেলর সন্তান প্রথমে জন্মা পুতেক যোৱেল, দ্বিতীয় অবিয়া। [২৯] মরারীর সন্তান ; মহলী, মহলীর পুতেক লিব্নী, লিব্নীর পুতেক চিমিয়ী, [৩০] চিমিয়ীর পুতেক উজ্জা, উজ্জার পুতেক চিমিয়া,

চিমিয়াৰ পুতেক হগিগয়া, হগিগয়াৰ পুতেক অচায়া।

[৩১] নিয়ম-চন্দুকে জিৰণিৰ ঠাই পোৱাৰ পাছে, দায়ুদে যিবিলাকক যিহোৱাৰ গৃহৰ গানৰ কাৰ্য্যত নিযুক্ত কৰিছিল, সিবিলাকৰ কথা। [৩২] চলোমনে যিৰূচালেমত যিহোৱাৰ গৃহ নিৰ্ম্মাণ নকৰালৈকে সিবিলাকে সাক্ষাৎ কৰা তাম্বুৰ আবাসৰ আগত গানৰ দ্বাৰায় পৰিচৰ্য্যা কৰিছিল, আৰু আপোন আপোন পাল অনুসাৰে আপোন আপোন কাৰ্য্যত নিযুক্ত হৈ থাকিছিল। [৩৩] আৰু সেই নিযুক্ত লোক ও সিবিলাকৰ সন্তান এই; কহাতৰ সন্তানবিলাকৰ মাজত হেমন গায়ক; হেমন যোৱেলৰ পুতেক, যোৱেল চমূৱেলৰ পুতেক, [৩৪] চমূৱেল ইল্‌কানাৰ পুতেক, ইল্‌কানা যিৰোহমৰ পুতেক, যিৰোহম ইলীয়েলৰ পুতেক, ইলীয়েল তোহৰ পুতেক, [৩৫] তোহ চূফৰ পুতেক, চূফ ইল্‌কানাৰ পুতেক, ইল্‌কানা মহতৰ পুতেক, মহৎ অমাচয়ৰ পুতেক, [৩৬] অমাচয় ইল্‌কানাৰ পুতেক, ইল্‌কানা যোৱেলৰ পুতেক, যোৱেল অজৰিয়াৰ পুতেক, অজৰিয়া চফনিয়াৰ পুতেক, [৩৭] চফনিয়া তহতৰ পুতেক, তহৎ অচীৰৰ পুতেক, অচীৰ অবিয়াচফৰ পুতেক, অবিয়াচফ কোৰহৰ পুতেক, [৩৮] কোৰহ যিচ্‌হৰৰ পুতেক, যিচ্‌হৰ কহাতৰ পুতেক, কহাৎ লেবীৰ পুতেক, লেবী ইস্ৰায়েলৰ পুতেক। [৩৯] হেমনৰ ভাই আচফ; তেওঁ হেমনৰ সোঁফালে থিয় হয়; আচফ বেৰেখিয়াৰ পুতেক, বেৰেখিয়া চিমিয়াৰ পুতেক, [৪০] চিমিয়া মীখায়েলৰ পুতেক, মীখায়েল বাচেয়াৰ পুতেক, বাচেয়া মল্কিয়াৰ পুতেক, [৪১] মল্কিয়া ইৎনীৰ পুতেক, ইৎনী জেৰহৰ পুতেক, জেৰহ অদায়াৰ পুতেক, [৪২] অদায়া এথনৰ পুতেক, এথন জিম্মাৰ পুতেক, জিম্মা চিমিয়ীৰ পুতেক, [৪৩] চিমিয়ী যহতৰ পুতেক, যহৎ গেৰ্চোমৰ পুতেক, গেৰ্চোম লেবীৰ পুতেক। [৪৪] ইবিলাকৰ ভাই মৰাৰীৰ এই সন্তানবিলাক বাঁওফালে থিয় হয়; এথন, এথন কীচীৰ পুতেক, কীচী অব্দীৰ পুতেক, অব্দী মল্লুকৰ পুতেক, [৪৫] মল্লুক হচবিয়াৰ পুতেক, হচবিয়া অমচিয়াৰ পুতেক, অমচিয়া হিল্কিয়াৰ পুতেক, [৪৬] হিল্কিয়া অমচীৰ পুতেক, অমচী বানীৰ পুতেক, বানী চেমৰৰ পুতেক, [৪৭] চেমৰ মহলীৰ পুতেক, মহলী মূচীৰ পুতেক, মূচী মৰাৰীৰ পুতেক, মৰাৰী লেবীৰ পুতেক। [৪৮] সিবিলাকৰ লেবীয়া ভাইবিলাকক ঈশ্বৰৰ গৃহৰ আবাসৰ সকলো কাৰ্য্যৰ নিমিত্তে নিযুক্ত কৰা হৈছিল।

[৪৯] কিন্তু হাৰোণ আৰু তেওঁৰ পুতেকবিলাকে ঈশ্বৰৰ দাস মোচিৰ আটাই আজ্ঞা অনুসাৰে, মহাপবিত্ৰস্থানৰ সকলো কাৰ্য্য কৰিবলৈ, আৰু ইস্ৰায়েলক প্ৰায়শ্চিত্ত কৰিবলৈ যজ্ঞবেদিৰ ওপৰত হোম-বলি দিছিল, আৰু ধূপবেদিৰ ওপৰত ধূপ জ্বলাইছিল। [৫০] হাৰোণৰ সন্তান; তেওঁৰ পুতেক ইলিয়াজৰ, ইলিয়াজৰৰ পুতেক পীনহচ, পীনহচৰ পুতেক অবীচূৱা, [৫১] অবীচূৱাৰ পুতেক বুক্কী, বুক্কীৰ পুতেক উজ্জী, উজ্জীৰ পুতেক জৰহিয়া, [৫২] জৰহিয়াৰ পুতেক মৰায়োৎ, মৰায়োতৰ পুতেক অমৰিয়া, অমৰিয়াৰ পুতেক অহীটূব, [৫৩] অহীটূবৰ পুতেক চাদোক, চাদোকৰ পুতেক অহীমাচ।

[৫৪] আৰু সিবিলাকৰ আপোন আপোন সীমাৰ ভিতৰত থকা ছাউনি অনুসাৰে সিবিলাকৰ বাসস্থান এইবোৰ, কহাতীয়া গোষ্ঠীবিলাকৰ মাজত হাৰোণৰ সন্তানবিলাকৰ আধিপত্য এই; কাৰণ সিবিলাকৰ নিমিত্তে প্ৰথমে চিঠি খেলোৱা হল। [৫৫] সিবিলাকক যিহুদা দেশৰ হিব্ৰোণ আৰু তাৰ চাৰিওফালৰ চৰণী ঠাই দিয়া হল; [৫৬] কিন্তু সেই নগৰৰ পথাৰ আৰু গাঁওবোৰ যিফুন্নিৰ পুত্ৰ কালেবক দিয়া হল। [৫৭] আৰু হাৰোণৰ সন্তানবিলাকক আশ্ৰয়-নগৰ হিব্ৰোণ, চৰণী ঠায়ে সৈতে লিব্‌না, যত্তীৰ, চৰণী ঠায়ে সৈতে ইষ্টমোৱা, [৫৮] চৰণী ঠায়ে সৈতে হীলেন, চৰণী ঠায়ে সৈতে দবীৰ, [৫৯] চৰণী ঠায়ে সৈতে আচন, চৰণী ঠায়ে সৈতে বৈৎ-চেমচ, [৬০] আৰু বিন্যামীন ফৈদৰ পৰা চৰণী ঠায়ে সৈতে গেবা, চৰণী ঠায়ে সৈতে অল্লেমৎ, আৰু চৰণী ঠায়ে সৈতে অনাথোৎ দিয়া হল; সিবিলাকৰ গোষ্ঠী অনুসাৰে সিবিলাকৰ সৰ্ব্বমোট তেৰখন নগৰ আছিল। [৬১] আৰু কহাতৰ অৱশিষ্ট সন্তানবিলাকক ফৈদৰ গোষ্ঠীৰ পৰা, মনচিৰ আধা ফৈদৰ পৰা চিঠি খেলাই দহখন নগৰ দিয়া হল। [৬২] আৰু গেৰ্চোমৰ সন্তানবিলাকক আপোন আপোন গোষ্ঠী অনু-

সারে ইচাখর ফৈদর, আচের ফৈদর, নপ্তালী ফৈদর, আরু বাচানত থকা মনচি ফৈদর পরাও তেরখন নগর দিয়া হল। [৬৩] মরারীর সন্তান-বিলাকক আপোন আপোন গোষ্ঠী অনুসারে রূবেণ ফৈদর, গাদ ফৈদর, আরু জবূলূন ফৈদর পরা, চিঠি খেলাই বারখন নগর দিয়া হল। [৬৪] এই রূপে ইস্রায়েলর সন্তানবিলাকে লেবীয়া-বিলাকক চরণী ঠায়ে সৈতে এইবোর নগর দিলে। [৬৫] সিবিলাকে যিহূদা, চিমিয়োন, আরু বিন্যামীনর সন্তানবিলাকর ফৈদর পরা, চিঠি খেলাই ওপরে নাম কোৱা নগরবোর সিবিলাকক দিলে। [৬৬] কহাতর সন্তানবিলাকর কোনো কোনো গোষ্ঠীয়ে ইফ্রয়িম ফৈদর পরা আপোন আপোন আধিপত্যর অর্থে কেত্‌বোর নগর পালে। [৬৭] আরু ইস্রায়েলর সন্তান-বিলাকে সিবিলাকক চরণী ঠায়ে সৈতে ইফ্রয়িম পর্ব্বতীয়া অঞ্চলত থকা আশ্রয়-নগর চিখিম, চরণী ঠায়ে সৈতে গেজর, [৬৮] চরণী ঠায়ে সৈতে যক্‌মিয়াম, চরণী ঠায়ে সৈতে বৈৎ-হোরোণ, [৬৯] চরণী ঠায়ে সৈতে অয়ালোন, আরু চরণী ঠায়ে সৈতে গৎ-রিম্মোন দিলে; [৭০] আরু কহাতর অবশিষ্ট সন্তানবিলাকর গোষ্ঠীর নিমিত্তে, মনচির আধা ফৈদর পরা চরণী ঠায়ে সৈতে আনের, আরু চরণী ঠায়ে সৈতে বিলিয়ম দিলে। [৭১] সিবিলাকে গের্চোমর সন্তানবিলাকক মনচির আধা ফৈদর গোষ্ঠীর পরা চরণী ঠায়ে সৈতে বাচানত থকা গোলন, আরু চরণী ঠায়ে সৈতে অষ্টারোৎ দিলে; [৭২] ইচাখর ফৈদর পরা চরণী ঠায়ে সৈতে কেদচ, চরণী ঠায়ে সৈতে দাবরৎ, [৭৩] চরণী ঠায়ে সৈতে রামোৎ, আরু চরণী ঠায়ে সৈতে আনেম দিলে; [৭৪] আচের ফৈদর পরা চরণী ঠায়ে সৈতে মিচাল, চরণী ঠায়ে সৈতে অব্দোন, [৭৫] চরণী ঠায়ে সৈতে হূকোক, আরু চরণী ঠায়ে সৈতে রহোব দিলে; [৭৬] আরু নপ্তালী ফৈদর পরা চরণী ঠায়ে সৈতে গালীলত থকা কেদচ, চরণী ঠায়ে সৈতে হম্মোন, আরু চরণী ঠায়ে সৈতে কিরিয়াথয়িম দিলে। [৭৭] সিবিলাকে মরারীর অবশিষ্ট সন্তান লেবীয়া-বিলাকক জবূলূন ফৈদর পরা চরণী ঠায়ে সৈতে রিম্মোনো, আরু চরণী ঠায়ে সৈতে তাবোর দিলে; [৭৮] যিরীহোর সম্মুখত যর্দ্দনর সিপারে অর্থাৎ যর্দ্দনর পূব পারত রূবেণ ফৈদর পরা চরণী ঠায়ে সৈতে অরণ্যত থকা বেচর, চরণী ঠায়ে সৈতে যহচা, [৭৯] চরণী ঠায়ে সৈতে কদেমোৎ, আরু চরণী ঠায়ে সৈতে মেফাৎ দিলে; [৮০] আরু গাদ ফৈদর পরা চরণী ঠায়ে সৈতে গিলিয়দত থকা রামোৎ, চরণী ঠায়ে সৈতে মহনয়িম, [৮১] চরণী ঠায়ে সৈতে হিচ্‌বোন, আরু চরণী ঠায়ে সৈতে যাজের দিলে।

৭ ইচাখরর পুতেক তোলা, পূরা, যাচূব, আরু চিম্রোণ, এই চারি জন। [২] আরু তোলার সন্তান উজ্জী, রফায়া, যিরীয়েল, যহময়, যিব্‌চম, আরু চমূয়েল; ইবিলাক তোলার বংশত জন্মা আপোন আপোন পিতৃ-বংশর মূল মানুহ, আরু আপোন আপোন সমনীয়া লোকবিলাকর মাজত পরাক্রমী বীরপুরুষ আছিল; দায়ূদর দিনত সিবিলাকর সংখ্যা বাইশ হাজার ছশ জন আছিল। [৩] আরু উজ্জীর পুতেক যিজ্রহিয়া; যিজ্রহিয়ার পুতেক মীখায়েল, ওবদিয়া, যোয়েল, আরু যিচিয়া, এই পাঁচ জন: ইবিলাক সকলোরেই মূল মানুহ আছিল। [৪] আরু ইবিলাক থকা কালত নিজ নিজ পিতৃ-বংশ অনুসারে ইবিলাকর লগত যুদ্ধর অর্থে কিছুমান সৈন্যদল আছিল; তার সংখ্যা ছয়ত্রিশ হাজার; কিয়নো ইবিলাকর অনেক তিরুতা আরু সন্তান আছিল। [৫] আরু ইচাখরর সকলো গোষ্ঠীর ভিতরত সিবিলাকর ভাইবিলাক পরাক্রমী বীরপুরুষ আছিল; বংশাবলিত লিখা সিবিলাকর লোক সর্ব্বমোট সাতাশী হাজার আছিল।

[৬] বিন্যামীনর পুতেক বেলা, বেখর, আরু যিদীয়েল, এই তিনি জন। [৭] বেলার পুতেক ইচ্‌বোন, উজ্জী, উজ্জীয়েল, যিরীমোৎ, আরু ঈরী, এই পাঁচ জন; সিবিলাক আপোন আপোন পিতৃ-বংশর মূল মানুহ আরু পরাক্রমী বীরপুরুষ আছিল; বংশাবলিত লিখা সিবিলাকর সংখ্যা বাইশ হাজার চৌত্রিশ জন আছিল। [৮] আরু বেখরর পুতেক জমীরা, যোৱাচ, ইলীয়েজর, ইলিয়োঐনয়, অম্রী, যিরেমোৎ, অবিয়া, অনাথোৎ, আরু আলেমৎ; এই আটাইবিলাক বেখরর সন্তান। [৯] বংশাবলিত আপোন আপোন জন্ম অনুসারে লিখা সিবিলাকর পিতৃ-বংশর মূল মানুহ বিশ হাজার

ডুশ পরাক্রমী বীরপুরুষ আছিল। [১০] আরু যিদীয়েলর পুতেক বিল্‌হন; বিল্‌হনর পুতেক যিয়ূচ, বিন্যামীন, এহূদ, কনানা, জেথন, ত্চীচ, আরু অহীচহর; [১১] এই আটাইবিলাক যিদীয়েলর সন্তান; ইবিলাক আপোন আপোন পিতৃ-বংশর মূল মানুহ আরু পরাক্রমী বীরপুরুষ; আরু সৈন্য হৈ যুদ্ধলৈ যাব পরা সিবিলাকর সংখ্যা সোত্তের হাজার ডুশ লোক। [১২] আরু ঈরর পুতেক চুপ্পীম আরু হুপ্পীম; অহেরর পুতেক হূচীম।

[১৩] নপ্তালীর পুতেক যহচীয়েল, গূনী, যেচর, আরু চল্লুম; এইবিলাক বিল্‌হার সন্তান।

[১৪] মনচির পুতেক অস্রীয়েল; এওঁক তেওঁর পত্নীয়ে প্রসব করিলে; (তেওঁর অরামীয়া উপপত্নীয়ে গিলিয়দর বাপেক মাখীরকো প্রসব করিলে। [১৫] এই মাখীরে হুপ্পীম আরু চুপ্পীমর সম্বন্ধীয়া এজনী তিরুতা বিয়া করিলে; সিবিলাকর ভনীয়েকর নাম মাখা আছিল;) আরু দ্বিতীয় পুতেকর নাম চলফাদ, সেই চলফাদর কেবল জীয়েকহে আছিল। [১৬] মাখীরর তিরুতা মাখাই এটী পুত্র প্রসব করি তেওঁর নাম পেরচ রাখিলে, আরু তেওঁর ভায়েকর নাম চেরচ; আরু তেওঁর পুতেকহঁতর নাম উলম আরু রেকম। [১৭] উলমর পুতেক বদান। এইবিলাক মনচির নাতি মাখীরর পুতেক গিলিয়দর সন্তান আছিল। [১৮] আরু তেওঁর ভনীয়েক হম্মোলেকতে ঈচ্‌হোদ, অবীয়েজর, আরু মহলাক প্রসব করিলে। [১৯] আরু চমীদার পুতেক অহিয়ন, চেখম, লিক্‌হী, আরু অনীয়াম।

[২০] ইফ্রয়িমর পুতেক চূথেলহ, চূথেলহর পুতেক বেরদ, বেরদর পুতেক তহৎ, তহতর পুতেক ইলিয়াদা, ইলিয়াদার পুতেক তহৎ, [২১] তহতর পুতেক যাবদ, যাবদর পুতেক চূথেলহ; আরু এজর ও ইলিয়দ, কিন্তু ইবিলাকক দেশত জন্মা গাতর লোকবিলাকে বধ করিলে, কিয়নো সিবিলাকে সিহঁতর পশু নিবলৈ নামি আহিছিল। [২২] তেতিয়া সিবিলাকর পিতৃ ইফ্রয়িমে অনেক দিনলৈকে শোক করিলে, আরু তেওঁর ভাইবিলাকে তেওঁক সান্ত্বনা দিবলৈ আহিল। [২৩] পাছে তেওঁ আপোন তিরুতাত গমন করিলত, তাই গর্ভৱতী হৈ এটী পুত্র প্রসব করিলে; তেওঁ তার নাম বরীয়া [অমঙ্গল] রাখিলে, কিয়নো তেতিয়া তেওঁর ঘরত অমঙ্গল ঘটিছিল। [২৪] আরু তেওঁর জীয়েক চেরা; চেরাই ওপর আরু তল বৈৎ-হোরোণ আরু উজ্জেন-চেরা নির্ম্মাণ করালে। [২৫] বরীয়ার পুতেক রেফহ আরু রেচফ; রেফহর পুতেক তেলহ, তেলহর পুতেক তহন, [২৬] তহনর পুতেক লদ্দন, লদ্দনর পুতেক অম্মীহূদ, অম্মীহূদর পুতেক ইলীচামা, [২৭] ইলীচামার পুত্র নূন, নূনর পুত্র যিহোচূৱা। [২৮] সিবিলাকর আধিপত্য আরু থকা ঠাই বৈৎ-এল আরু তার উপনগর, পূবদিশে নারণ, পশ্চিমদিশে গেজর আরু তার উপনগর; ঘচা আরু তার উপনগরলৈকে চিখিম আরু তার উপনগরো; [২৯] আরু মনচির সন্তানবিলাকর সীমার কোষত থকা বৈৎ-চান আরু তার উপনগর, তানক আরু তার উপনগর, মগিদ্দো আরু তার উপনগর, দোর আরু তার উপনগর। এইবোরত ইস্রায়েলর পুত্র যোচেফর সন্তানবিলাকে বাস করিছিল।

[৩০] আচেরর সন্তান যিম্না, যিচ্‌বা, যিচ্‌বী, বরীয়া, আরু সিবিলাকর ভনীয়েক চেরহ। [৩১] বরীয়ার পুতেক হেবর, বির্জয়িতর বাপেক মল্কীয়েল। [৩২] হেবরর পুতেক যফ্‌লেট, চোমের, ও হোথম, আরু সিবিলাকর ভনীয়েক চূৱা। [৩৩] যফ্‌লেটর পুতেক পাচক, বিম্‌হল, আরু অশ্বৎ; এইবিলাক যফ্‌লেটর সন্তান। [৩৪] আরু চেমরর পুতেক অহী, রহগা, যিহুব্বা, আরু অরাম। [৩৫] চেমরর ভায়েক হেলমর পুতেক চোফহ, যিম্না, চেলচ, আরু আমল। [৩৬] চোফহর পুতেক চূহ, হর্ণেফর, চূৱাল, বেরী, যিম্রা, [৩৭] বেচর, হোদ, চম্মা, চিল্‌চা, যিত্রণ, আরু বেরা। [৩৮] আরু যেথরর পুতেক যিফুন্নি, পিস্পা, আরু অরা। [৩৯] আরু উল্লার পুতেক আরহ, হন্নীয়েল, আরু রিচিয়া। [৪০] এই আটাইবিলাক আচেরর সন্তান আরু আপোন আপোন পিতৃ-বংশর মূল মানুহ, মনোনীত পরাক্রমী বীরপুরুষ, আরু অধ্যক্ষবিলাকর মাজত প্রধান আছিল; যুদ্ধলৈ যাব পরা বংশাৱলিত লিখা ইবিলাকর সংখ্যা ছাব্বিশ হাজার আছিল।

৮ বিন্যামীনর প্রথমে জন্মা পুতেক বেলা,

দ্বিতীয় অচ্‌বেল, তৃতীয় অহরহ, চতুর্থ [২] নোহা, আরু পঞ্চম ৰাফা। [৩] আরু বেলার পুতেক অদ্দর, গেরা, অবীহূদ, [৪] অবীচূৱা, নামন, অহোহ, [৫] গেরা, চফুফন, আরু হূরম। [৬] এহূদর সন্তান এইবিলাক; (ইবিলাক গেবা-নিবাসীবিলাকর পিতৃ-বংশর মূল মানুহ আছিল; পাছে ইবিলাকক মানহত্তলৈ নিয়া হল। [৭] নামন, অহিয়া, আরু গেরা; গেরাই ইবিলাকক স্থানান্তর করিলে।) গেরার পুতেক উজ্জা আরু অহীহূদ। [৮] আরু চহরয়িমে আপোন তিরুতা হূচীম আরু বারাক বিদায় দিয়ার পাছত, চহরয়িমর ঔরসত মোৱাব দেশত সন্তান জন্মিল। [৯] আরু হোদচ নামেরে চহরয়িমর তিরুতার গর্ভত জন্মা পুতেক যোবব, চিবিয়া, মেচা, মল্কম, [১০] যিয়ূচ, চবিয়া, আরু মির্মা। চহরয়িমর এইবিলাক পুতেক পিতৃ-বংশর মূল মানুহ আছিল। [১১] আরু হূচীমর গর্ভত জন্মা চহরয়িমর পুতেক অবীটুব আরু ইল্পাল। [১২] ইল্পালর পুতেক এবর, মিচিয়ম, আরু উপ-নগরে সৈতে ওনো আরু লোদ নির্ম্মাণ করা চেমদ; [১৩] আরু অয়ালোন-নিবাসীবিলাকর পিতৃ-বংশর যি মূল মানুহে গাৎ-নিবাসীবিলাকক খেদি দিছিল, সেই বরীয়া আরু চেমা; [১৪] অহিয়ো, চাচক, আরু যিরেমোৎ; [১৫] জবদিয়া, অরদ, আরু এদর; [১৬] মীখায়েল, যিস্পা, আরু যোহা, এইবিলাক বরীয়ার সন্তান; [১৭] জবদিয়া, মচুল্লম, হিস্কী, হেবর, [১৮] যিচ্‌মরয়, যিজ্‌লিয়া, আরু যোবব, এইবিলাক ইল্পালর সন্তান; [১৯] যাকীম, জিখ্রী, আরু জব্দী; [২০] ইলীঐনয়, চিল্লথয়, আরু ইলীয়েল; [২১] অদায়া, বরায়া, আরু চিম্রৎ, এইবিলাক চিমিয়ীর সন্তান; [২২] যিস্পন, এবর, আরু ইলীয়েল; [২৩] অব্দোন, জিখ্রী, আরু হানন; [২৪] হননিয়া, এলম, আরু অন্তোথিয়া; [২৫] যিফদিয়া আরু পনূৱেল, এই-বিলাক চাচকর সন্তান; [২৬] চম্‌চরয়, চহরিয়া, আরু অথলিয়া; [২৭] আরু যারেচিয়া, এলিয়া, আরু জিখ্রী, ইবিলাক যিরোহমর সন্তান। [২৮] ইবিলাক আপোন আপোন পিতৃ-বংশর মূল মানুহ দেখি আপোন আপোন বংশাৱলিত প্রথম আছিল; ইবিলাকে যিরূচালেমত বাস করিছিল। [২৯] আরু গিবিয়োনর বাপেক যিয়ীয়েলে গিবিয়োনত বাস করিছিল; তেওঁর তিরুতার নাম মাখা। [৩০] তেওঁর প্রথমে জন্মা পুতেক অব্দোন, আন পুতেক চূর, কীচ, বাল, নাদব, [৩১] গদোর, অহিয়ো, আরু জেখর। [৩২] আরু মিক্লোতর পুতেক চিমিয়া। ইবিলাকো আপোন আপোন ভাইবিলাকর সম্মুখত যিরূ-চালেমত আপোন আপোন ভাইবিলাকে সৈতে বাস করিছিল। [৩৩] আরু নেরর পুতেক কীচ; কীচর পুতেক চৌল; চৌলর পুতেক যোনাথন, মল্কীচূৱা, অবীনাদব, আরু ইচ্‌বাল; [৩৪] যোনা-থনর পুতেক মরীব-বাল; মরীব-বালর পুতেক মীখা; [৩৫] মীখার পুতেক পীথোন, মেলক, তরেয়া, আরু আহজ; [৩৬] আহজর পুতেক যিহোৱদ্দা; যিহোৱদ্দার পুতেক আলেমোৎ, অজ্‌মাবৎ, আরু যিম্রী; যিম্রীর পুতেক মোচা; [৩৭] মোচার পুতেক বিনিয়া; বিনিয়ার পুতেক ৰাফা; ৰাফার পুতেক ইলিয়াচা; আরু ই-লিয়াচার পুতেক আচেল। [৩৮] আচেলর ছটা পুতেক আছিল; সিবিলাকর নাম অজ্রীকাম, বোখরূ, ইশ্মায়েল, চিয়রিয়া, ওবদিয়া, আরু হানন। এইবিলাক আচেলর সন্তান। [৩৯] আরু আচেলর ভাই এচেকর বড় পুতেক উলম, দ্বিতীয় যিয়ূচ, আরু তৃতীয় ইলীফেলট। [৪০] উলমর পুতেকবিলাক অতি পরাক্রমী বীর-পুরুষ আরু ধনুর্দ্ধর আছিল, আরু সিবিলাকর পো-নাতি অনেক আছিল, এশ পঞ্চাশ জন। এই আটাইবিলাক বিন্যামীনর বংশত জন্মা।

যিরূচালেম-নিবাসীবিলাকর তালিকা।
চৌলর বংশাৱলি।

**৯** এই রূপে গোটেই ইস্রায়েলর বংশাৱলি লিখা হল; আরু দেখা, সেয়ে ইস্রায়েলর রজাবিলাকর পুস্তকত লিখা আছে। পাছে যিহূদার লোকবিলাকক আপোনাবিলাকর সত্য-লঙ্ঘনর কারণে বাবিললৈ বন্দী করি নিয়া হল। [২] তার পাছে আপোনাবিলাকর নানা নগরত যিবিলাক প্রথমতে আপোন আপোন আধিপত্যত বাস করিলে, সিবিলাক ইস্রায়েল, পুরোহিত, লেবীয়া, আরু নথনীয়া লোক। [৩] আরু যিহূদার সন্তানবিলাকর, বিন্যামীনর সন্তানবিলাকর, আরু ইফ্রয়িম ও মনচির সন্তান-

বিলাকৰ মাজৰ এই এই লোকে যিৰূচালেমত বাস কৰিলে। ৪ যিহূদাৰ পুতেক পেৰচৰ সন্তানবিলাকৰ মাজৰ বানীৰ বৃদ্ধ পৰিনাতি ইম্ৰীৰ পৰিনাতি অম্ৰীৰ নাতি অম্মীহূদৰ পুতেক উথয়। ৫ আৰু চীলোনীয়াবিলাকৰ প্ৰথমে জন্মা অচায়া আৰু তেওঁৰ সন্তানবিলাক। ৬ আৰু জেৰহৰ সন্তানবিলাকৰ মাজৰ যূৱেল আৰু সিবিলাকৰ ভাই ছশ নব্বই জন লোক। ৭ আৰু বিন্যামীনৰ সন্তানবিলাকৰ মাজৰ হচ্ছনুৱাৰ পৰিনাতি হোদবিয়াৰ নাতি মচুল্লমৰ পুতেক চল্লু, ৮ আৰু যিৰোহমৰ পুতেক যিব্‌নিয়া, মিখ্ৰীৰ নাতি উজ্জীৰ পুতেক এলা, আৰু যিব্‌নিয়াৰ পৰিনাতি ৰূৱেলৰ নাতি চফটিয়াৰ পুতেক মচুল্লম; ৯ ইবিলাক আৰু ইবিলাকৰ ভাই আপোন আপোন বংশাৱলি অনুসাৰে নশ ছাপন্ন জন। এই আটাইবিলাক আপোন আপোন পিতৃ-বংশ অনুসাৰে পিতৃ-বংশৰ মূল মানুহ আছিল।

১০ আৰু পুৰোহিতবিলাকৰ মাজৰ যিদয়া, যিহোয়াৰীব, আৰু যাখীন; ১১ আৰু ঈশ্বৰৰ গৃহৰ অধ্যক্ষ, অহীটূবৰ অতি বৃদ্ধ পৰিনাতি মৰায়োতৰ বৃদ্ধ পৰিনাতি চাদোকৰ পৰিনাতি মচুল্লমৰ নাতি হিল্কিয়াৰ পুতেক অজৰিয়া; ১২ আৰু মল্কিয়াৰ পৰিনাতি পচ্‌হূৰৰ নাতি যিৰোহমৰ পুতেক অদায়া; আৰু ইম্মেৰৰ অতি বৃদ্ধ পৰিনাতি মচিল্লেমীতৰ বৃদ্ধ পৰিনাতি মচুল্লমৰ পৰিনাতি যহজেৰাৰ নাতি অদীয়েলৰ পুতেক মাচয়; ১৩ ইবিলাক আৰু ইবিলাকৰ ভাই পিতৃ-বংশৰ মূল মানুহ এক হাজাৰ সাত শ ষাইঠ জন; ইবিলাক ঈশ্বৰৰ গৃহৰ সেৱাকাৰ্য্য কৰাত অতিশয় পাৰ্গত লোক। ১৪ আৰু লেবীয়াবিলাকৰ মাজৰ মৰাৰীৰ বংশত জন্মা হচবিয়াৰ পৰিনাতি অজ্ৰীকামৰ নাতি হচ্ছুবৰ পুতেক চময়া; ১৫ আৰু বক্‌বক্কৰ, হেৰচ, গালল, ও আচফৰ পৰিনাতি জিখ্ৰীৰ নাতি মীখাৰ পুতেক মত্তনিয়া; ১৬ আৰু যিদূথূনৰ পৰিনাতি গাললৰ নাতি চময়াৰ পুতেক ওবদিয়া; আৰু নটোফাতীয়াবিলাকৰ গাঁৱত থকা ইল্‌কানাৰ নাতি আচাৰ পুতেক বেৰেখিয়া। ১৭ আৰু দুৱৰীবিলাক চল্লুম, অক্কুব, টল্‌মোন, অহীমন, আৰু সিবিলাকৰ ভাইবিলাক; চল্লুম সিবিলাকৰ মাজত প্ৰধান আছিল; ১৮ ইবিলাক আজিলৈকে পূবদিশে ৰাজদুৱাৰত থাকে; ইবিলাকেই লেবীৰ সন্তানবিলাকৰ ছাউনিৰ দুৱৰী। ১৯ আৰু কোৰহৰ পৰিনাতি অবিয়াচফৰ নাতি কোৰিৰ পুতেক সেই চল্লুম, আৰু তেওঁৰ পিতৃ-বংশত জন্মা কোৰহীয়া ভাইবিলাক পৰিচৰ্য্যা-কৰ্ম্মত নিযুক্ত হৈ তাম্বুৰ দুৱাৰবোৰৰ ৰখীয়া আছিল। আৰু সিবিলাকৰ পিতৃবিলাকো যিহোৱাৰ ছাউনিত নিযুক্ত হৈ প্ৰৱেশস্থানৰ ৰখীয়া আছিল; ২০ পূৰ্ব্বকালত ইলিয়াজৰৰ পুত্ৰ পীনহচ সিবিলাকৰ অধ্যক্ষ আছিল, আৰু যিহোৱা তেওঁৰ লগত আছিল। ২১ মচেলেমিয়াৰ পুত্ৰ জখৰিয়া সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-ৰখীয়া আছিল। ২২ দুৱাৰ ৰাখিবলৈ মনোনীত কৰা এই লোকবিলাক সৰ্ব্বমোট দুশ বাৰ জন; ইবিলাকৰ নাম নিজ নিজ গাঁৱৰ বংশাৱলিত লিখা আছে; দায়ূদ আৰু চমূৱেল দৰ্শকে সিবিলাকক আপোন আপোন নিৰূপিত কাৰ্য্যত নিযুক্ত কৰিছিল। ২৩ এই হেতুকে সিবিলাকে আৰু সিবিলাকৰ সন্তানবিলাকে যিহোৱাৰ গৃহ অৰ্থাৎ তাম্বু-ঘৰত দুৱৰী কামত পৰে পৰে নিযুক্ত হৈছিল। ২৪ এই দুৱৰীবিলাক পূব, পশ্চিম, উত্তৰ, আৰু দক্ষিণ, এই চাৰিওদিশে থাকে। ২৫ আৰু সিবিলাকৰ গাঁৱত থকা ভাইবিলাক সিবিলাকৰ সহায় হবৰ অৰ্থে সময় বুজি সপ্তাহে সপ্তাহে আহিব লগা হয়; ২৬ কিয়নো, যি চাৰি জন প্ৰধান লেবীয়া দুৱৰী আছিল, সিবিলাক নিৰূপিত কাৰ্য্যত নিযুক্ত হৈ ঈশ্বৰৰ গৃহৰ কুঠৰীবোৰৰ আৰু ভঁৰালবোৰৰ অধ্যক্ষ আছিল। ২৭ আৰু ৰাতি সিবিলাকে ঈশ্বৰৰ গৃহৰ চাৰিওকালে থাকে; কিয়নো সিবিলাকৰ ওপৰত তাক ৰখাৰ ভাৰ আছিল, আৰু সিবিলাকে ৰাতিপুৱা দুৱাৰ মেলিব লগা হয়। ২৮ আৰু সিবিলাকৰ কেত্‌বিলাক লোকক পৰিচৰ্য্যা কৰা পাত্ৰবোৰ জিমা কৰি দিছিল; কিয়নো সিবিলাকে সেইবোৰ লেখি লেখি বাহিৰলৈ আনিব লগা হয়, আৰু লেখি লেখি ভিতৰলৈ নিব লগা হয়। ২৯ আৰু সিবিলাকৰ কেত্‌বিলাক লোক আটাই আহিলাপাতি, পবিত্ৰস্থানৰ সকলো পাত্ৰ, মিহি আটাগুড়ি, দ্ৰাক্ষাৰস, তেল, কুন্দুৰু, আৰু সুগন্ধি দ্ৰব্য আদি সকলো

বস্তু ৰাখিবলৈ নিযুক্ত আছিল। [৩০] আৰু পুৰোহিতবিলাকৰ সন্তানৰ মাজৰ কেইজনমানে সুগন্ধি দ্ৰব্য যুগুত কৰিছিল। [৩১] আৰু লেবীয়াবিলাকৰ মাজত কোৰহীয়া চল্লুমৰ বড় পুতেক মত্তিথিয়া তাও দি পাক কৰা নিৰূপিত কামৰ তত্ত্বাৱধাৰণত নিযুক্ত আছিল। [৩২] আৰু সিবিলাকৰ ভাই কহাতৰ সন্তানবিলাকৰ মাজত কেতবিলাক লোক প্ৰত্যেক বিশ্ৰাম-বাৰত দৰ্শন-পিঠা যুগুত কৰিবলৈ নিযুক্ত আছিল। [৩৩] আৰু লেবীয়াবিলাকৰ পিতৃ-বংশৰ মূল মানুহ এই গায়কবিলাক কুঠৰীবোৰত থাকে, আৰু আন কামৰ পৰা মুক্ত; কিয়নো দিনে-ৰাতিয়ে সিবিলাকে আপোনাবিলাকৰ কামত লাগি থাকে। [৩৪] সিবিলাক পিতৃ-বংশৰ মূল মানুহ, আপোন আপোন বংশাৱলিত প্ৰধান লোক আছিল; সিবিলাকে যিৰূচালেমত বাস কৰিছিল।

[৩৫] আৰু গিবিয়োনৰ বাপেক যিয়ীয়েলে গিবিয়োনত বাস কৰিছিল; তেওঁৰ তিৰুতাৰ নাম মাখা। [৩৬] তেওঁৰ প্ৰথমে জন্মা পুতেক আব্দোন, আন পুতেক চূৰ, কীচ, বাল, নেৰ, নাদব, [৩৭] গদোৰ, অহিয়ো, জখৰিয়া, আৰু মিক্লোৎ। [৩৮] আৰু মিক্লোতৰ পুতেক চিমিয়াম। ইবিলাকো আপোন ভাইবিলাকৰ সন্মুখত যিৰূচালেমত আপোন ভাইবিলাকে সৈতে বাস কৰিছিল। [৩৯] আৰু নেৰৰ পুতেক কীচ; কীচৰ পুতেক চৌল; চৌলৰ পুতেক যোনাথন, মল্কীচূৱা, অবীনাদব, আৰু ইচ্বাল; [৪০] যোনাথনৰ পুতেক মৰীব-বাল; মৰীব-বালৰ পুতেক মীখা; [৪১] মীখাৰ পুতেক পীথোন, মেলক, তহৰেয়া, আৰু আহজ; [৪২] আহজৰ পুতেক যৰা; যৰাৰ পুতেক অলেমৎ, অজ্মাবৎ, আৰু জিম্ৰী; [৪৩] জিম্ৰীৰ পুতেক মোচা; মোচাৰ পুতেক বিনিয়া; বিনিয়াৰ পুতেক ৰফায়া; ৰফায়াৰ পুতেক ইলিয়াচা; ইলিয়াচাৰ পুতেক আচেল। [৪৪] আচেলৰ ছটা পুতেক; সিবিলাকৰ নাম অজ্ৰীকাম, বোখৰু, ইশ্মায়েল, চিয়ৰিয়া, ওবদিয়া, আৰু হানন; এইবিলাক আচেলৰ সন্তান।

চৌল আৰু তেওঁৰ পুত্ৰবিলাকৰ মৃত্যু।

১০ পাছে পলেষ্টীয়াবিলাকে ইস্ৰায়েলৰ বিৰুদ্ধে যুদ্ধ কৰিলত, ইস্ৰায়েল লোকবিলাক পলেষ্টীয়াবিলাকৰ সন্মুখৰ পৰা পলাল, আৰু অনেক লোক গিল্বোৱা পৰ্ব্বতত হত হৈ পড়িবলৈ ধৰিলে। [২] আৰু পলেষ্টীয়াবিলাকে চৌলৰ আৰু তেওঁৰ পুত্ৰবিলাকৰ পাছে পাছে বড়কৈ খেদি গৈ, চৌলৰ পুত্ৰ যোনাথনক, অবীনাদবক, আৰু মল্কীচূৱাক বধ কৰিলে। [৩] পাছে চৌলৰ বিৰুদ্ধে ঘোৰ যুদ্ধ হল, আৰু ধনুৰ্দ্ধৰবিলাকে তেওঁক লগ পালত, তেওঁ সেই ধনুৰ্দ্ধৰবিলাকৰ আগত ত্ৰাসযুক্ত হল। [৪] তাতে চৌলে আপোনাৰ অস্ত্ৰবাহকক কলে, তোৰ তৰোৱাল ফাঁকৰ পৰা উলিয়াই সৰকি যোৱাকৈ তাৰে মোক খোঁচ; নহলে, সেই অচুন্নৎহঁতে আহি মোক অপমান কৰিব। কিন্তু তেওঁৰ অস্ত্ৰবাহকে অতিশয় ভয় পোৱাৰ কাৰণে মান্তি নহল; এই হেতুকে চৌলে আপোনাৰ তৰোৱাল লৈ তাৰ ওপৰত পড়িল। [৫] তাতে চৌল মৰা দেখি, তেওঁৰ অস্ত্ৰবাহকেও আপোনাৰ তৰোৱালৰ ওপৰত পড়ি মৰিল। [৬] এই ৰূপে চৌল, তেওঁৰ তিনি জন পুত্ৰ, আৰু তেওঁৰ আটাই পৰিয়াল একেলগে মৰিল। [৭] পাছে লোকবিলাক পলোৱা, আৰু চৌল ও তেওঁৰ পুত্ৰবিলাক মৰা যেতিয়া সমথলত থকা আটাই ইস্ৰায়েল লোকবিলাকে দেখিলে, তেতিয়া সিবিলাকে নগৰবোৰ এৰি পলাল; তাতে পলেষ্টীয়াবিলাকে আহি সেইবোৰত বাস কৰিলে।

[৮] তাৰ পাছদিনা পলেষ্টীয়াবিলাকে হত লোকবিলাকৰ সাজ সোলোকাই লবলৈ আহি, গিল্বোৱা পৰ্ব্বতত চৌলক আৰু তেওঁৰ পুত্ৰবিলাকক পড়ি থকা পালে। [৯] তেতিয়া সিহঁতে তেওঁৰ সাজ সোলোকাই, তেওঁৰ মূৰ আৰু ৰণৰ সাজ লৈ, আপোনাবিলাকৰ দেৱতাবোৰক আৰু লোকবিলাকক বাৰ্ত্তা জনাবৰ নিমিত্তে, পলেষ্টীয়াবিলাকৰ দেশৰ সকলো ফালে পঠাই দিলে। [১০] পাছে সিহঁতে তেওঁৰ সাজ আপোনাবিলাকৰ দেৱতাবোৰৰ গৃহত ৰাখিলে, আৰু তেওঁৰ মূৰ দাগোনৰ গৃহৰ ভিতৰত আৰি থলে। [১১] পাছে যেতিয়া যাবেচ-গিলিয়দ-নিবাসী আটাইবিলাকে পলেষ্টীয়াবিলাকে চৌললৈ কৰা সেই কৰ্ম্মৰ বাৰ্ত্তা পালে, [১২] তেতিয়া সিবিলাকৰ

আটাই বীৰবিলাকে উঠি, চৌলৰ আৰু তেওঁৰ পুত্ৰবিলাকৰ শববোৰ যাবেচলৈ লৈ আহিল, আৰু সিবিলাকৰ অস্থি যাবেচত থকা এলা গছৰ তলত পুতি থলে, আৰু সাত দিন লঘোন দিলে। [13] এই ৰূপে চৌল যিহোৱাৰ বিৰুদ্ধে কৰা আপোন অপৰাধৰ কাৰণে মৰিল; কিয়নো তেওঁ যিহোৱাৰ বাক্য পালন ন-কৰিলে, আৰু পৰামৰ্শ লবলৈ ভূত পোহা লোকৰ গুৰিত সুধিছিল, [14] যিহোৱাৰ গুৰিত নুসুধিলে; এই নিমিত্তে যিহোৱাই তেওঁক মাৰিলে, আৰু ৰাজ্যকো কাঢ়ি লৈ যিচয়ৰ পুত্ৰ দায়ূদক দিলে।

গোটেই ইস্ৰায়েলৰ ওপৰত দায়ূদ ৰজা হোৱা।
তেওঁৰ বীৰবিলাকৰ তালিকা।

**১১** পাছে গোটেই ইস্ৰায়েলে হিব্ৰোণত দায়ূদৰ গুৰিত গোট খাই কলে, দেখোক, আমি আপোনাৰে হাড় আৰু আপোনাৰে মঙহ; [2] আৰু আগৈয়ে যেতিয়া চৌল ৰজা আছিল, তেতিয়াও আপুনিয়েই ইস্ৰায়েলক বাহিৰলৈ ভিতৰলৈ অনা-নিয়া কৰিছিল; আৰু আপোনাৰ ঈশ্বৰ যিহোৱাই আপোনাক কৈছিল, যে, তুমিয়েই মোৰ প্ৰজা ইস্ৰায়েলক চৰাবা, আৰু তুমিয়েই মোৰ প্ৰজা ইস্ৰায়েলৰ ওপৰত অধিপতি হবা। [3] এই ৰূপে ইস্ৰায়েলৰ আটাই বৃদ্ধ লোক হিব্ৰোণলৈ ৰজাৰ ওচৰলৈ আহিলত, দায়ূদে হিব্ৰোণত যিহোৱাৰ সাক্ষাতে সিবিলাকৰ লগত এটা নিয়ম কৰিলে, আৰু চমূৱেলৰ মুখে কোৱা যিহোৱাৰ বাক্য অনুসাৰে সিবিলাকে ইস্ৰায়েলৰ ওপৰত দায়ূদক ৰজা অভিষেক কৰিলে। [4] পাছে দায়ূদ আৰু গোটেই ইস্ৰায়েল যিৰূচালেম অৰ্থাৎ যিবূচলৈ গল; সেই কালত দেশ-নিবাসী যিবূচীয়া লোক সেই ঠাইত আছিল। [5] তাতে যিবূচত থকা লোক-বিলাকে দায়ূদক কলে, তুমি এই ঠাইত সোমাবলৈ নেপাবা; তথাপি দায়ূদে চিয়োন দুৰ্গ হাত কৰি ললে; সেয়ে দায়ূদৰ নগৰ। [6] আৰু দায়ূদে কলে, যি কোনোৱে প্ৰথমে যিবূচীয়াবিলাকক আঘাত কৰিব, সি প্ৰধান আৰু সেনাপতি হব; তাতে চৰূয়াৰ পুত্ৰ যোৱাব প্ৰথমে উঠি যোৱাতে প্ৰধান হল। [7] পাছে দায়ূদে সেই দুৰ্গত বাস কৰিলে; এই নিমিত্তে মানুহে তাক দায়ূদৰ নগৰ বোলে। [8] আৰু তেওঁ চাৰিওফালে, অৰ্থাৎ মিল্লোৰে পৰা চাৰিওফালে নগৰ দৃঢ় কৰিলে, আৰু যোৱাবে নগৰৰ অৱশিষ্ট ঠাইবোৰ মেৰামত কৰিলে। [9] পাছে দায়ূদ ক্ৰমেৰে বৃদ্ধি পাই মহান হল; কিয়নো বাহিনীবিলাকৰ যিহোৱা তেওঁৰ সঙ্গে সঙ্গে আছিল।

[10] ইস্ৰায়েলৰ বিষয়ে কোৱা যিহোৱাৰ বাক্য অনুসাৰে, দায়ূদক ৰজা পাতিবলৈ, সকলো ইস্ৰায়েলে সৈতে, দায়ূদৰ এই প্ৰধান বীৰ-বিলাকে তেওঁৰ ৰাজত্বত অতি যত্নেৰে তেওঁক সহায় কৰিলে। [11] দায়ূদৰ বীৰবিলাকৰ সংখ্যা এই। হক্‌মোনীয়াৰ পুত্ৰ যাচবিয়াম; তেওঁ ত্ৰিশ জনৰ ওপৰত প্ৰধান আছিল, তেওঁ তিনি শ লোকৰ অহিতে বড়শী চলাই সিহঁতক একে সময়তে বধ কৰিলে। [12] তেওঁৰ পাছত অহো-হীয়া দোদোৰ পুত্ৰ ইলিয়াজৰ; তেওঁ তিনি জন বীৰপুৰুষৰ মাজৰ এজন। [13] তেওঁ পচ-দম্মীমত দায়ূদৰ লগত আছিল; য'ত এডোখৰ মাটি যৱ ধানেৰে পূৰ আছিল, পলেষ্টীয়াবিলাকে সেই ঠাইত যুদ্ধৰ নিমিত্তে গোট খালে; আৰু লোকবিলাক পলেষ্টীয়াবিলাকৰ আগৰ পৰা পলাল। [14] এনে সময়ত তেওঁবিলাকে সেই মাটিডোখৰৰ মাজত থিয় হৈ তাক ৰক্ষা কৰিলে, আৰু পলেষ্টীয়াবিলাকক বধ কৰিলে; এই ৰূপে যিহোৱাই মহানিস্তাৰ কৰিলে। [15] ত্ৰিশ জন প্ৰধান লোকৰ মাজৰ তিনি জন লোক শিলটোলৈ অৰ্থাৎ অতুল্লম গুহালৈ দায়ূদৰ ওচৰলৈ নামি গল; তেতিয়া পলেষ্টীয়াবিলাকৰ সৈন্যদলে ৰফায়ীম উপত্যকাত ছাউনি পাতি তাত আছিল। [16] সেই কালত দায়ূদ দুৰ্গত আছিল, আৰু তেতিয়া বৈৎ-লেহমত পলেষ্টীয়া-বিলাকৰ প্ৰহৰী সৈন্যদল আছিল। [17] পাছে দায়ূদে বড় হাবিয়াহ কৰি কলে, অহ, বৈৎ-লেহমৰ দুৱাৰৰ ওচৰত থকা নাদৰ পৰা মোক খাবলৈ পানী আনি দিয়া হলে, মন কেনে ভাল পালোঁহেঁতেন! [18] তাতে সেই তিনি জনে পলেষ্টীয়াবিলাকৰ সৈন্যবোৰ ভেদ কৰি গৈ, বৈৎ-লেহমৰ দুৱাৰৰ ওচৰত থকা নাদৰ পানী তুলি লৈ দায়ূদৰ ওচৰলৈ আহিল; কিন্তু

দায়ূদে তাক পান কৰিবলৈ ইচ্ছা নকৰি যিহোৱাৰ উদ্দেশে ঢালি দিলে। ১৯ আৰু তেওঁ কলে, এনে কৰ্ম্ম কৰিবলৈ মোৰ ঈশ্বৰে মোক নিষেধ কৰোক; আঁচলত আপোন প্ৰাণ লৈ যোৱা এই মানুহ কেইজনৰ তেজ ময় পান কৰিম নে? কিয়নো ইবিলাকে প্ৰাণ আঁচলত লৈ এই পানী আনিলে। এই কাৰণে তেওঁ তাক পান কৰিবলৈ ইচ্ছা নকৰিলে। সেই বীৰ তিনি জনে এইবোৰ কৰ্ম্ম কৰিছিল। ২০ আৰু যোৱাবৰ ভায়েক অবীচয় তিনি জনৰ মাজত প্ৰধান আছিল; তেওঁ তিনি শ লোকৰ বিৰুদ্ধে আপোনাৰ বৰ্‌শা চলাই সিহঁতক বধ কৰিলে, আৰু তিনি জনৰ মাজত নাম পালে। ২১ সেই তিনি জনৰ মাজৰ আন দুজনতকৈ তেওঁ অধিক মৰ্য্যাদাৱন্ত হৈ সিবিলাকৰ সেনাপতি হল; তথাপি তেওঁ প্ৰথম তিনি জনৰ সমান হোৱা নাছিল। ২২ আৰু অনেক মহৎ কাৰ্য্য কৰা এজন কব্‌চেলীয়া বীৰপুৰুষৰ নাতিয়েক যিহোয়াদাৰ পুত্ৰ যি বনায়া, তেওঁ মোৱাবীয়া অৰীয়েলৰ দুজন পুতেকক বধ কৰিলে; তাৰ বাহিৰে তেওঁ হিম পৰা কালত গৈ গাঁতৰ ভিতৰত এটা সিংহ মাৰিলে। ২৩ আৰু তেওঁ পাঁচ হাত দীঘল বৃহৎ গাৰে এটা মিচৰীয়াক বধ কৰিলে; সেই মিচৰীয়াৰ হাতত তাঁতীৰ টোলোঠাৰ সমান কুৰা থকা এপাত বৰ্‌শা আছিল, কিন্তু তেওঁ এডাল লাখুটি লৈ সেই মিচৰীয়াটোৰ ওচৰলৈ নামি গৈ, তাৰ হাতৰ পৰা বৰ্‌শাপাত কাঢ়ি লৈ, তাৰ বৰ্‌শাৰেই তাক বধ কৰিলে। ২৪ যিহোয়াদাৰ পুত্ৰ বনায়াই এইবোৰ কাৰ্য্য কৰিলে, আৰু তেওঁ সেই তিনি জন বীৰৰ মাজত নাম পালে। ২৫ দেখা, তেওঁ ত্ৰিশ জনতকৈ অধিক মৰ্য্যাদা পোৱা হল; তথাপি তেওঁ প্ৰথম তিনি জনৰ সমান হোৱা নাছিল। পাছে দায়ূদে তেওঁক আপোনাৰ গা-ৰখীয়া সৈন্যদলৰ ওপৰত অধ্যক্ষ পাতিলে।

২৬ পৰাক্ৰমী বীৰপুৰুষবিলাকৰ নাম। যোৱাবৰ ভায়েক অচাহেল, বৈৎ-লেহমীয়া দোদোৰ পুত্ৰ ইল্‌হানন; ২৭ হৰোৰীয়া চম্মোৎ, পলোনীয়া হেলচ; ২৮ তকোৱায়ীয়া ইক্কেচৰ পুত্ৰ ঈৰা, অনাথোতীয়া অবীয়েজৰ; ২৯ হুচাতীয়া চিব্বখয়, অহোহীয়া ঈলয়; ৩০ নটোফাতীয়া মহৰয়, নটোফাতীয়া বানাৰ পুত্ৰ হেলদ; ৩১ বিন্যামীনৰ সন্তানবিলাকৰ গিবিয়া-নিবাসী ৰীবয়ৰ পুত্ৰ ইথয়, পিৰাথোনীয়া বনায়া; ৩২ গাচ উপত্যকা-নিবাসী হূৰয়, অৰ্বাতীয়া অবীয়েল; ৩৩ বহৰূমীয়া অজ্‌মাবৎ, চাল্‌বোনীয়া ইলিয়হবা; ৩৪ গিজোনীয়া হাচেমৰ পুত্ৰবিলাক, হৰাৰীয়া চাগিৰ পুত্ৰ যোনাথন; ৩৫ হৰাৰীয়া চাখৰৰ পুত্ৰ অহীয়াম, উৰৰ পুত্ৰ ইলীফাল; ৩৬ মখেৰাতীয়া হেফৰ, পলোনীয়া অহিয়া; ৩৭ কৰ্মিলীয়া হিষ্ৰো, ইজ্‌বয়ৰ পুত্ৰ নাৰয়; ৩৮ নাথনৰ ভায়েক যোৱেল, হগ্ৰীৰ পুত্ৰ মিভৰ; ৩৯ অম্মোনীয়া চেলক, চৰূয়াৰ পুত্ৰ যোৱাবৰ অস্ত্ৰবাহক বেৰোতীয়া নহৰয়; ৪০ যিত্ৰীয়া ঈৰা, যিত্ৰীয়া গাৰেব; ৪১ হিত্তীয়া উৰিয়া, অহলয়ৰ পুত্ৰ জাবদ; ৪২ ৰূবেণীয়া চীজাৰ পুত্ৰ ৰূবেণীয়াবিলাকৰ সেনাপতি অদীনা, আৰু তেওঁৰ লগত অহা ত্ৰিশ জন লোক; ৪৩ মাখাৰ পুত্ৰ হানন আৰু মিত্নীয়া যোচাফট; ৪৪ অষ্টাৰোতীয়া উজ্জিয়া, অৰোয়েৰীয়া হোথমৰ দুজন পুত্ৰ চামা আৰু যিয়ীয়েল; ৪৫ চিম্ৰীৰ পুত্ৰ যিদীয়েল, আৰু তেওঁৰ ভায়েক তীচীয়া যোহা; ৪৬ মহবীয়া ইলীয়েল, ইল্‌নামৰ দুজন পুত্ৰ যিৰীবয় আৰু যোচবিয়া, আৰু মোৱাবীয়া যিৎমা; ৪৭ ইলীয়েল, ওবেদ, আৰু মচোবায়ীয়া যাচীয়েল।

দায়ূদৰ পক্ষৰ লোকবিলাকৰ বিষয়।

১২ পাছে যি সময়ত দায়ূদে কীচৰ পুত্ৰ চৌলৰ ভয়ত, কলৈকো যাব নোৱৰা হৈ আছিল, সেই কালত চিক্লগলৈ দায়ূদৰ গুৰিলৈ যোৱা লোকবিলাক এই; সিবিলাক যুদ্ধত তেওঁক সহায় কৰা বীৰবিলাকৰ মাজত গণিত আছিল। ২ সিবিলাক ধনুৰ্দ্ধৰ, আৰু সোঁ ও বাঁও হাতেৰে ফিঙ্গাৰ শিল মাৰিবলৈ, আৰু ধনুৰে কাঁড় মাৰিবলৈ নিপুণ আছিল; সিবিলাক চৌলৰ ভাই বিন্যামীনীয়া লোক আছিল; ৩ প্ৰধান অহীয়েজৰ, তেওঁৰ পাছত যোৱাচ; ইৰিলাক দুজন গিবিয়াতীয়া চমায়াৰ পুত্ৰ; আৰু অজ্‌মাবতৰ দুজন পুত্ৰ যিজীয়েল আৰু পেলট; আৰু বৰাখা ও অনাথোতীয়া যেহূ; ৪ আৰু ত্ৰিশ জনৰ মাজত গণ্য, আৰু ত্ৰিশ জনৰ

ওপরত নিযুক্ত বীর গিবিয়োনীয়া যিচ্‌ময়া; যিরিমিয়া, যহজীয়েল, যোহানন, আরু গদেরা-থীয়া যোজাবদ; ৫ ইলিয়ূজয়, যিরীমোৎ, বিয়-লিয়া, চমরিয়া, আরু হরূফীয়া চফটিয়া; ৬ ইল্‌-কানা, যিচিয়া, অজরেল, যোবেজর, আরু যাচবিয়াম, এইবিলাক কোরহীয়া লোক; ৭ আরু গদোর-নিবাসী যিরোহমর পুত্র যোবেলা আরু জবদিয়া। ৮ আরু গাদীয়াবিলাকর মাজর কিছুমান পরাক্রমী বীরপুরুষ পৃথক হৈ অরণ্যর দুর্গম ঠাইলৈ দায়ূদর গুরিলৈ গৈছিল, সিবি-লাক ঢাল আরু বড়শা ধরা যুদ্ধর যোগ্য যুদ্ধারু পুরুষ; সিংহর মুখ যেন সিবিলাকর মুখ, আরু পর্ব্বতত থকা হরিণর নিচিনা সিবি-লাক বেগী আছিল; ৯ প্রথম এজর, দ্বিতীয় ওবদিয়া, তৃতীয় ইলীয়াব, ১০ চতুর্থ মিচ্‌মন্না, পঞ্চম যিরিমিয়া, ১১ ষষ্ঠ অত্তয়, সপ্তম ইলীয়েল, ১২ অষ্টম যোহানন, নবম ইল্‌জাবদ, ১৩ দশম যিরি-মিয়া, আরু একাদশ মগ্‌বন্নয়। ১৪ গাদ বংশর এই লোকবিলাক সেনাপতি আছিল; ইবি-লাকর মাজত যি জন সরু, তেওঁ এশ জনর, আরু যি জন ডাঙর, তেওঁ হাজারর সমান। ১৫ প্রথম মাহত যেতিয়া যর্দ্দনর পানী গোটেই পারর ওপরলৈ উঠি বাগরি যায়, এনে কালত ইবিলাকে তাক পার হৈ, পুব আরু পশ্চিম দিশলৈ আটাই উপত্যকা-নিবাসীবোরক খেদাই দিছিল। ১৬ পাছে বিন্যামীনর আরু যিহূদার সন্তানবিলাকর মাজর কিছুমান লোক দুর্গম ঠাইলৈ দায়ূদর গুরিলৈ গল। ১৭ দায়ূদে সি-বিলাকক আগ বঢ়াবর অর্থে বাহির ওলাই সিবিলাকক কলে, যদি তোমালোকে মোক সহায় করিবর নিমিত্তে মিত্রভাবে মোর গুরিলৈ আহিছা, তেন্তে মোর মন তোমালোকে সৈতে গঁথা হব; কিন্তু, মোত কোনো অন্যায় নথ-কাতো, যদি ছল করি মোক শত্রুবোরর হাতত সোধাই দিবর নিমিত্তেহে আহিছা, তেনে হলে আমার ওপর-পিতৃবিলাকর ঈশ্বরে তালৈ চাই তার দণ্ড দিওক। ১৮ তেতিয়া ত্রিশ জনর সেনাপতি অমাচয়ত আত্মা স্থিতি হোবাত, তেওঁ কলে, হে দায়ূদ, আমি তোমারেই ফলীয়া, হে যিচয়র পুত্র, আমি তোমারেই সঙ্গী হম; মঙ্গল হওক, তোমার মঙ্গল হওক, তোমাক সহায় করাবিলাকরো মঙ্গল হওক; কিয়নো তোমার ঈশ্বরে তোমাক সহায় করিছে। তেতিয়া দায়ূদে সিবিলাকক গ্রাহ্য করি আপোন সৈন্য-দলর সেনাপতি পাতিলে। ১৯ পাছে চৌলর অহিতে যুদ্ধ করিবলৈ পলেষ্টীয়াবিলাকর লগত দায়ূদ যোবা সময়ত, মনচির কেত্‌বিলাক লোক গৈ দায়ূদর ফলীয়া হল; কিন্তু সিবিলাকে সিহঁতক সহায় করিবলৈ নেপালে, কিয়নো পলেষ্টীয়াবিলাকর অধিপতিবিলাকে মন্ত্রণা করি এই কথা কৈ তেওঁক বিদায় দিলে, বোলে, সেই মানুহে আমার মূর নি আপোন প্রভু চৌলর ফলীয়া হবলৈ যাব। ২০ চিক্লগলৈ দায়ূদ যোবা কালত, মনচির সম্বন্ধীয়া অদ্‌নহ, যোজাবদ, যিদীয়েল, মীখায়েল, যোজাবদ, ইলীহূ, আরু চিল্লাথয়, মনচি ফৈদর এই সহস্র-পতিবিলাক তেওঁর ফলীয়া হল। ২১ আরু সিবিলাকে ডকাইত-দলর অহিতে দায়ূদক সহায় করিলে; কারণ সিবিলাক সকলোবেই পরাক্রমী বীরপুরুষ আরু সেনাপতি আছিল। ২২ কিয়নো, সেই সময়ত দায়ূদক সহায় করিবর অর্থে দিনে দিনে লোক আহি থকাত, ঈশ্বরর সৈন্যসমূহর নিচিনা মহাসৈন্যসমূহ হল।

২৩ আরু রণলৈ সাজু হোবা যি লোক-বিলাকে যিহোবার বাক্য অনুসারে চৌলর পরা রাজ্য গুচাই দায়ূদক দিবর অর্থে যুদ্ধ করিবর নিমিত্তে হিব্রোণলৈ তেওঁর গুরিলৈ গৈছিল, সেইবিলাকর সংখ্যা এই। ২৪ ঢাল আরু বড়শা ধরা যুদ্ধলৈ সাজু হোবা যিহূদার সন্তান ছয় হাজার আঠ শ। ২৫ চিমিয়োনর সন্তানবিলাকর মাজর, যুদ্ধত পরাক্রমী বীরপুরুষ সাত হাজার এশ লোক। ২৬ লেবীর সন্তান-বিলাকর মাজর চারি হাজার ছশ লোক। ২৭ আরু যিহোয়াদা হারোণর বংশর অধ্যক্ষ আছিল, আরু তেওঁর সঙ্গী তিনি হাজার সাত শ লোক; ২৮ আরু পরাক্রমী ডেকা বীরপুরুষ চাদোক, আরু তেওঁর পিতৃ-বংশর বাইশ জন সেনাপতি। ২৯ আরু চৌলর ভাই বিন্যামীনর সন্তানবিলাকর মাজর তিনি হাজার লোক; কিয়নো সেই সময়লৈকে সিবিলাকর অধিক ভাগ লোক চৌলর বংশর পক্ষ হৈ থাকিল ৩০ আরু ইফ্রয়িমর সন্তানবিলাকর মাজর বিশ

হাজার আঁঠ শ পরাক্রমী বীরপুরুষ ; সিবিলাক আপোন আপোন পিতৃ-বংশর নাম জনা লোক আছিল। ৩১ আৰু মনচির আধা ফৈদর মাজর অঁঠের হাজার লোক ; দায়ূদক রজা পাতিবলৈ যাবর নিমিত্তে সিবিলাকর নাম উল্লেখ করা হল। ৩২ ইচাখরর সন্তানবিলাকর মাজর দুশ প্রধান লোক ; সিবিলাক কালর কথা জনা লোক, ইস্রায়েলে কি করা উচিত, তাক সিবিলাকে জানে ; আৰু সিবিলাকর আটাই ভাইবিলাক সিবিলাকর আজ্ঞার বশ আছিল। ৩৩ জবূলূনর মাজর, যুদ্ধলৈ ওলাই যাব পরা, আৰু সকলো প্রকার যুদ্ধর অস্ত্র লৈ বেহু পাতিব পরা, আৰু যুদ্ধত দুই মন নোহোৱা পঞ্চাশ হাজার লোক। ৩৪ নপ্তালীর মাজর এক হাজার সেনাপতি ; সিবিলাকর লগত ঢাল আৰু বড়শা ধরা সাতত্রিশ হাজার লোক। ৩৫ দানীয়াবিলাকর মাজর, বেহু পতাত নিপুণ অঁঠাইশ হাজার ছশ লোক। ৩৬ আচেরর মাজর, যুদ্ধলৈ যাব পরা আৰু বেহু পাতিবলৈ সমর্থ থকা চল্লিশ হাজার লোক। ৩৭ আৰু যর্দ্দনর সিপারে থকা রূবেণীয়াবিলাকর, গাদীয়াবিলাকর, আৰু মনচির আধা ফৈদর মাজর, যুদ্ধর নিমিত্তে সকলো প্রকার অস্ত্র ধরা এক লাখ বিশ হাজার লোক। ৩৮ যুদ্ধত আৰু বেহু পতাত নিপুণ এই সকলো লোকে দায়ূদক আটাই ইস্রায়েলর ওপরত রজা পাতিবলৈ সম্পূর্ণ মনেরে হিব্রোণলৈ গৈছিল ; আৰু অৱশিষ্ট সকলো লোকবিলাকরো দায়ূদক রজা পাতিবলৈ এক-মন হৈছিল। ৩৯ আৰু সিবিলাকে সেই ঠাইতে তিন দিন দায়ূদর লগত থাকি ভোজন-পান করি আছিল ; কিয়নো সিবিলাকর ভাইবিলাকে সিবিলাকর নিমিত্তে খোৱা বস্তু যুগুত করিছিল। ৪০ আৰু ইচাখর, জবূলূন, আৰু নপ্তালীর সীমালৈকে সিবিলাকর ওচরর আটাই লোকবিলাকে, আটাগুড়িরে বনোৱা বস্তু, ডিমরু গুটির লদা, দ্রাক্ষার শুকান থোপা, দ্রাক্ষারস, আৰু তেল, এইবোর আহারীয় দ্রব্য, গাধ, উট, খছর, আৰু বলদর পিঠিত দি নিলে ; ইয়ার বাহিরে অধিক গরু, মের, আৰু ছাগ নিলে ; কিয়নো ইস্রায়েলর মাজত আনন্দ আছিল।

ওবেদ-ইদোমর ঘরলৈ নিয়ম-চন্দুক অনা। দায়ূদে পলেষ্টীয়াবিলাকক জয় করা।

১৩ পাছে দায়ূদে সহস্রপতি আৰু শতপতিবিলাক আদি করি আটাই অধ্যক্ষবিলাকে সৈতে মন্ত্রণা করিলে। ২ আৰু দায়ূদে ইস্রায়েলর গোটেই সমাজক কলে, যদি তোমালোকর দৃষ্টিত ভাল হয়, আৰু আমার ঈশ্বর যিহোৱার ইচ্ছা হয়, তেন্তে ইস্রায়েলর গোটেই দেশত অৱশিষ্ট থকা আমার ভাইবিলাক, আৰু সিবিলাকর লগত, আপোন আপোন চরণী ঠাই থকা নগরত বাস করা পুরোহিত আৰু লেবিয়াবিলাকে যেন আমার ওচরত গোট খায়, এই নিমিত্তে আহঁা, আমি সকলো ফালে সিবিলাকর গুরিলৈ মানুহ পঠাওঁ ; ৩ আৰু আমার ঈশ্বরর চন্দুক আমি আপোনাবিলাকর ওচরলৈ ওলোটাই আনোহঁক, কিয়নো চৌলর রাজত্বর কালত আমি সুধিবলৈ তার ওচরলৈ যোৱা নাই। ৪ তাতে, সেই কথা সকলো লোকর সাক্ষাতে ভাল হোৱাত, গোটেই সমাজে তাক করিম বুলি গাত ললে। ৫ তেতিয়া কিরিয়ৎ-যিয়ারীমর পরা ঈশ্বরর চন্দুক আনিবর নিমিত্তে দায়ূদে মিচরর চীহোর জুরীর পরা হমাতর প্রবেশ-স্থানলৈকে গোটেই ইস্রায়েলক গোট খুৱালে। ৬ তার পাছে, ঈশ্বরর নামেরে প্রখ্যাত হোৱা, করূব দুটার মাজত বহা ঈশ্বর যিহোৱার চন্দুক যিহূদার অধীনত থকা বালা অর্থাৎ কিরিয়ৎ-যিয়ারীমর পরা আনিবর নিমিত্তে দায়ূদ আৰু গোটেই ইস্রায়েল সেই ঠাইলৈ নামি গল। ৭ পাছে সিবিলাকে ঈশ্বরর চন্দুক এখন নতুন রথত তুলি, অবীনাদবর ঘরর পরা উলিয়ালে ; আৰু উজ্জা ও অহিয়োরে সেই রথ চলালে। ৮ আৰু দায়ূদ ও গোটেই ইস্রায়েলে পারেমানে, গীত, বীণা, নেবল, খঞ্জরি, তাল, আৰু তূরী-বাদ্যেরে ঈশ্বরর আগত রঙ্গ দেখুৱালে। ৯ পাছে সিবিলাকে কীদোনর মরণা মরা ঠাই পালত, গরুহালে পিচল খোৱাত উজ্জাই সেই চন্দুক ধরিবলৈ হাত মেলিলে। ১০ তেতিয়া উজ্জালৈ যিহোৱার ক্রোধ প্রজ্বলিত হলত, চন্দুকলৈ সি হাত মেলার কারণে তেওঁ তাক আঘাত করিলে ;

তাতে সি সেই ঠাইতে ঈশ্বরর সাক্ষাতে মরিল। [১১] যিহোৱাই উজ্জাক আঘাত করার কারণে দায়ূদে অসন্তোষ করিলে; পাছে সেই ঠাইর নাম পেরচ-উজ্জা [উজ্জার আঘাত] রাখিলে, আজিলৈকে সেই নাম আছে। [১২] আরু দায়ূদে সেই দিনা ঈশ্বরলৈ ভয় লাগি কলে, ঈশ্বরর চন্দুক মোর ওচরলৈ কেনেকৈ আনিম? [১৩] এই হেতুকে দায়ূদে সেই চন্দুক দায়ূদর নগরলৈ আপোনার ওচরলৈ নিনি, বাটর পরা এফ্রীয়াকৈ নি গাতীয়া ওবেদ-ইদোমর ঘরত থলেগৈ। [১৪] ঈশ্বরর সেই চন্দুক ওবেদ-ইদোমর ঘরত তার পরিয়ালর লগত তিনি মাহ থাকিল; তাতে যিহোৱাই ওবেদ-ইদোমর ঘর আরু তার সর্ব্বস্বকে আশীর্ব্বাদ করিলে।

১৪ পাছে তূরর রজা হীরমে দায়ূদর ওচরলৈ দূত পঠালে, আরু তেওঁর নিমিত্তে এটা গৃহ নির্ম্মাণ করিবলৈ এরচ কাঠ, রাজমিস্ত্রী, আরু কাঠমিস্ত্রীবিলাক পঠাই দিলে। [২] তাতে, যিহোৱাই যে ইস্রায়েলর ওপরত দায়ূদক রজা পাতিলে, তাকে দায়ূদে বুজিলে; কিয়নো তেওঁর প্রজা ইস্রায়েল লোকবিলাকর নিমিত্তে তেওঁর রাজ্য উন্নতিপ্রাপ্ত হৈছিল।

[৩] ইয়ার পাছে দায়ূদে যিরূচালেমত আন আন তিরুতা গ্রহণ করিলে; তাতে দায়ূদর আরু অধিক পো-জী জন্মিল। [৪] যিরূচালেমত তেওঁর যিবিলাক পুত্র জন্মিল, সিবিলাকর নাম এই এই, চম্মুৱা, চোবব, নাথন, চলোমন, [৫] যিভর, ইলীচূৱা, ইল্পেলট, [৬] নোগহ, নেফগ, যাফীয়া, [৭] ইলীচামা, বিলিয়াদা, আরু ইলীফেলট।

[৮] পাছে, দায়ূদক গোটেই ইস্রায়েলর ওপরত রজা অভিষেক করা সম্বাদ পাই আটাই পলেষ্টীয়াবিলাকে দায়ূদক বিচারি উঠি আহিল। দায়ূদে তাকে শুনি সিহঁতর বিরুদ্ধে ওলাই গল। [৯] সেই সময়ত পলেষ্টীয়াবিলাকে আহি, লুট করিবলৈ রফায়ীম সমথলত সোমাল। [১০] তেতিয়া দায়ূদে ঈশ্বরক সুধিলে,ময় পলেষ্টীয়াবিলাকর বিরুদ্ধে উঠি যাম নে? আরু তুমি সিহঁতক মোর হাতত সমর্পণ করিবা নে? তাতে যিহোৱাই তেওঁক কলে, উঠি যোৱা; কিয়নো ময় তোমার হাতত সিহঁতক সমর্পণ করিম। [১১] পাছে সিহঁত বাল-পরাচীমলৈ আহিলত, দায়ূদে সেই ঠাইতে সিহঁতক আঘাত করিলে; পাছে দায়ূদে কলে, ঈশ্বরে মোর হাতর দ্বারায় মোর শত্রুবোরক বাণ পানীয়ে সেতু ভঙ্গার দরে ভাঙ্গিলে; এই কারণে সেই ঠাইর নাম বাল-পরাচীম [ভঙ্গ স্থান] রখা হল। [১২] সেই ঠাইত সিহঁতে আপোনাবিলাকর দেৱমূর্ত্তিবোর এরি গল; তাতে দায়ূদর আজ্ঞাত সেইবোর জুইত পোরা হল। [১৩] তার পাছে পলেষ্টীয়াবিলাকে আকৌ আহি, লুট করিবলৈ সেই সমথলত সোমাল। [১৪] তাতে দায়ূদে পুনরায় ঈশ্বরর গুরিত সুধিলত, ঈশ্বরে তেওঁক কলে, তুমি সিহঁতর ওচরলৈ পোনে পোনে উঠি নেযাবা; কিন্তু সিহঁতর পাছফালেদি ঘুরি গৈ তুনি গছ কেইজোপার :সম্মুখত সিহঁতর আগত উপস্থিত হবা। [১৫] সেই তুনি গছ কেইজোপার আগত সৈন্য যোৱার নিচিনা শবদ শুনিলে, তুমি যুদ্ধলৈ আগ বাঢ়িবা; কিয়নো ঈশ্বরে পলেষ্টীয়াবিলাকর সৈন্যসামন্তক আঘাত করিবর অর্থে তোমার আগত যাওঁতা হব। [১৬] পাছে দায়ূদে ঈশ্বরর আজ্ঞার দরে কার্য্য করিলত, সিবিলাকে গিবিয়োনর পরা গেজরলৈকে পলেষ্টীয়াবিলাকর সৈন্যক আঘাত করিলে। [১৭] তাতে দায়ূদর কীর্ত্তি সকলো দেশত ব্যাপ্ত হল; আরু যিহোৱাই সকলো বিদেশী লোকর তেওঁলৈ ভয় জন্মালে।

যিরূচালেমলৈ নিয়ম-চন্দুক অনা। দায়ূদর স্তুব্র গীত।

১৫ পাছে দায়ূদে আপোনার নিমিত্তে দায়ূদর নগরত ঘরবোর সজালে; আরু তেওঁ ঈশ্বরর চন্দুকর কারণে ঠাই যুগুত করিলে, আরু তার নিমিত্তে এটা তাম্বু তরিলে। [২] তেতিয়া দায়ূদে কলে, ঈশ্বরর চন্দুক ববলৈ লেবীয়াবিলাকর বাহিরে আন কারো অধিকার নাই; কিয়নো, ঈশ্বরর চন্দুক ববলৈ, আরু যুগে যুগে তেওঁর পরিচর্য্যা করিবলৈ, যিহোৱাই কেৱল সিবিলাককহে মনোনীত করিলে। [৩] পাছে দায়ূদে ঈশ্বরর চন্দুকর নিমিত্তে যি

ঠাই যুগুত করিছিল, সেই ঠাইলৈ যিহোৱার চন্দুক আনিবর কারণে তেওঁ আটাই ইস্রায়েল লোকক যিরূচালেমত গোট খুৱালে। [৪] আরু দায়ুদে হারোণর সন্তানবিলাকক আরু লেবীয়াবিলাকক গোটালে; [৫] কহাতর সন্তানবিলাকর মাজর মুখ্য লোক উরীয়েল, আরু তেওঁর ভাই এশ বিশ জন; [৬] মরারীর: সন্তানবিলাকর মাজর মুখ্য লোক অচায়া, আরু তেওঁর ভাই দুশ বিশ জন; [৭] গের্চোমর সন্তানবিলাকর মাজর মুখ্য লোক যোৱেল, আরু তেওঁর ভাই এশ ত্রিশ জন; [৮] ইলীচাফনর সন্তানবিলাকর মাজর মুখ্য লোক চময়িয়া, আরু তেওঁর ভাই দুশ জন; [৯] হিব্রোণর সন্তানবিলাকর মাজর মুখ্য লোক ইলীয়েল, আরু তেওঁর ভাই আশী জন; [১০] আরু উজ্জীয়েলর সন্তানবিলাকর মাজর মুখ্য লোক অম্মীনাদব, আরু তেওঁর ভাই এশ বার জন। [১১] পাছে দায়ুদে চাদোক আরু অবিয়াথর নামেরে দুজন পুরোহিতক, আরু লেবীয়াবিলাকক, অর্থাৎ উরীয়েল, অচায়া, যোৱেল, চময়িয়া, ইলীয়েল, আরু অম্মীনাদবক মাতি, [১২] সিবিলাকক কলে, তোমালোক লেবীয়াবিলাকর পিতৃ-বংশর মূল মানুহ; ময় ইস্রায়েলর ঈশ্বর যিহোৱার চন্দুকর নিমিত্তে যি ঠাই যুগুত করিলোঁ, সেই ঠাইলৈ তাক আনিবলৈ, তোমালোক আরু তোমালোকর ভাইবিলাকে আপোনাবিলাকক পবিত্র করা। [১৩] কিয়নো পূর্ব্বে তোমালোকে তাক বৈ অনা নাই, এই কারণে আমার ঈশ্বর যিহোৱাই আমাক আঘাত করিলে; কারণ আমি বিধিমতে তেওঁক বিচরা নাছিলোঁ। [১৪] তাতে পুরোহিত আরু লেবীয়াবিলাকে ইস্রায়েলর ঈশ্বর যিহোৱার চন্দুক আনিবর নিমিত্তে আপোনাবিলাকক পবিত্র করিলে। [১৫] আরু যিহোৱার বাক্য অনুসারে মোচিয়ে যেনেকৈ আজ্ঞা করিছিল, তেনেকৈ লেবীর সন্তানবিলাকে কাণমারিরে আপোনার কান্ধত যিহোৱার চন্দুক বলে। [১৬] পাছে দায়ুদে লেবীয়াবিলাকর মুখ্য মানুহবিলাকক কলে, তোমালোকে নেবল, বীণা, আরু তাল, এই এই বাদ্য-যন্ত্রেরে মহাধ্বনি আরু আনন্দ-গান করিবলৈ আপোনাবিলাকর ভাই গায়কবিলাকক নিযুক্ত করা। [১৭] তাতে লেবীয়াবিলাকে যোৱেলর পুত্র হেমনক আরু তেওঁর ভাইবিলাকর মাজর বেরেখিয়ার পুত্র আচফক, আরু সিবিলাকর ভাই মরারীর সন্তানবিলাকর মাজর কুচায়ার পুত্র এথনক, [১৮] আরু সিবিলাকর লগত সিবিলাকর দ্বিতীয় শ্রেণীর ভাই জখরিয়া, বেন, যাজীয়েল, চমীরামোৎ, যিহীয়েল, উন্নী, ইলীয়াব, বনায়া, মাচেয়া, মত্তিথিয়া, ইলীফলেহু, মিক্নেয়া, আরু দুৱরী ওবেদ-ইদোম আরু যিয়ীয়েলক নিযুক্ত করিলে। [১৯] এতেকে হেমন, আচফ, আরু এথন গায়কক পিত্তলর তালেরে মহাধ্বনি করিবলৈ, [২০] আরু জখরিয়া, অজীয়েল, চমীরামোৎ, যিহীয়েল, উন্নী, ইলীয়াব, মাচেয়া, আরু বনায়া, এইবিলাকে অলামোৎ স্বরত নেবল বজাবলৈ, [২১] আরু মত্তিথিয়া, ইলীফলেহু, মিক্নেয়া, ওবেদ-ইদোম, যিয়ীয়েল, আরু অজজিয়াক চিমিনীৎ স্বরত বীণা বজাবর নিমিত্তে প্রধান বাদ্যকর হবলৈ নিযুক্ত করা হল। [২২] আরু লেবীয়াবিলাকর মুখ্য লোক কননিয়া গীতর ওজা আছিল; তেওঁ গীত শিকাইছিল, কারণ তেওঁ নিপুণ আছিল। [২৩] আরু বেরেখিয়া ও ইল্কানা চন্দুকর অর্থে দুৱরী হল। [২৪] আরু চবনিয়া, যোচাফট, নথনেল, অমাচয়, জখরিয়া, বনায়া, আরু ইলীয়েজর, এইবিলাক পুরোহিতে ঈশ্বরর চন্দুকর আগত তূরী বজাবলৈ তূরীবাদক হল, আরু ওবেদ-ইদোম ও যিহিয়া চন্দুকর অর্থে দুৱরী হল; [২৫] পাছে দায়ুদ, ইস্রায়েলর বৃদ্ধবিলাক, আরু সহস্রপতিবিলাকে আনন্দ করি, ওবেদ-ইদোমর ঘরর পরা যিহোৱার নিয়মচন্দুক আনিবলৈ গল। [২৬] আরু যিহোৱার নিয়ম-চন্দুক বৈ অনা লেবীয়াবিলাকক ঈশ্বরে সহায় করাতে, সিবিলাকে সাতোটা গরু আরু সাতোটা মের উৎসর্গ করিলে। [২৭] দায়ুদ, চন্দুক বৈ অনা লেবীয়াবিলাক, গায়কবিলাক, আরু গায়কবিলাকর লগত গীতর ওজা কননিয়া এই সকলোৱে মিহি শণ সূতার জামা পিন্ধিছিল; আরু দায়ুদে শণর এফোদ বস্ত্র পিন্ধিছিল। [২৮] এই রূপে গোটেই ইস্রায়েলে মহাজয়ধ্বনিরে, শিঙ্গা, তাল, ও তূরী-বাদ্যেরে, আরু নেবল ও বীণার মহাধ্বনিরে যিহোৱার নিয়ম-চন্দুক

আনিলে। [২৯] পাছে, যিহোৱাৰ চন্দুক দায়ূদৰ নগৰত সোমাওঁতে, চৌলৰ জীয়েক মীখলে খিলিকি দুৱাৰেদি চাই, দায়ূদ ৰজাক নাচি নাচি ৰঙ্গ কৰা দেখি মনতে তেওঁক হেয়জ্ঞান

১৬ কৰিলে। পাছে লোকবিলাকে ঈশ্বৰৰ চন্দুক ভিতৰলৈ নি, দায়ূদে তাৰ নিমিত্তে তৰা তাম্বুৰ ভিতৰত ৰাখিলে, আৰু ঈশ্বৰৰ সাক্ষাতে হোম-বলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিলে। [২] পাছে হোম-বলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰি এঁটোৱাৰ পাছে, দায়ূদে যিহোৱাৰ নামেৰে লোকবিলাকক আশীৰ্ব্বাদ কৰিলে। [৩] আৰু তেওঁ আটাই ইস্ৰায়েল লোকৰ মাজত প্ৰতিজন পুৰুষক আৰু প্ৰতিজনী তিৰুতাক এটা এটা পিঠা, কিছু কিছু দ্ৰাক্ষাৰস, আৰু এলদা এলদা শুকান দ্ৰাক্ষাগুটি বিলাই দিলে।

[৪] পাছে তেওঁ, যিহোৱাৰ চন্দুকৰ আগত পৰিচৰ্য্যা কৰিবলৈ, আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ গুণ গাবলৈ, তেওঁৰ ধন্যবাদ আৰু প্ৰশংসা কৰিবলৈ লেবীয়াবিলাকৰ কেইজন্মানক নিযুক্ত কৰিলে। [৫] প্ৰধান আচক, তেওঁৰ পাছত জখৰিয়া, যিয়ীয়েল, চমীৰামোৎ, যিহীয়েল, মত্তিথিয়া, ইলীয়াব, বনায়া, ওবেদ-ইদোম, আৰু যিয়ীয়েল, এইবিলাকে নেবল আৰু বীণা বজায়, আৰু আচফে মহাধ্বনিৰে তাল বজায়; [৬] আৰু যহজীয়েল ও বনায়া, এই দুজন পুৰোহিতে যিহোৱাৰ নিয়ম-চন্দুকৰ আগত নিত্যে নিত্যে তুৰী বজায়।

[৭] আৰু সেই দিনা দায়ূদে যিহোৱাৰ উদ্দেশে স্তুতিগান কৰিবৰ তাৰ আচফৰ আৰু তেওঁৰ ভাইবিলাকৰ হাতত প্ৰথমে সমৰ্পণ কৰিলে।

[৮] যিহোৱাৰ ধন্যবাদ কৰা, তেওঁৰ নামেৰে
প্ৰাৰ্থনা কৰা;
জাতিবিলাকৰ মাজত তেওঁৰ কাৰ্য্যবোৰ
প্ৰকাশ কৰা।
[৯] তেওঁৰ উদ্দেশে গীত গোৱা, তেওঁৰ উদ্দেশে
বাদ্য বজোৱা;
তেওঁৰ আশ্চৰিত কাৰ্য্যবোৰ ধ্যান কৰা।
[১০] তেওঁৰ পবিত্ৰ নামৰ গৌৰব কৰা;
যিহোৱাক বিচাৰোঁতাবিলাকৰ চিত্তে আনন্দ
কৰোক।
[১১] যিহোৱাক আৰু তেওঁৰ শক্তি বিচাৰা;
নিতৌ তেওঁৰ সাক্ষাৎ হবলৈ চেষ্টা কৰা।
[১২] হে তেওঁৰ দাস ইস্ৰায়েলৰ বংশ,
হে তেওঁৰ মনোনীত লোক যাকোবৰ সন্তান-
বিলাক,
[১৩] তেওঁ কৰা আশ্চৰিত কৰ্ম্মবোৰ সোঁৱৰণ
কৰা;
তেওঁৰ অদ্ভুত লক্ষণ আৰু তেওঁৰ মুখৰ
শাসনপ্ৰণালীবোৰ সোঁৱৰা।
[১৪] তেওঁ আমাৰ ঈশ্বৰ যিহোৱা,
তেওঁৰ শাসনপ্ৰণালী সমুদায় পৃথিবীত প্ৰচ-
লিত হৈছে।
[১৫] তোমালোকে তেওঁৰ নিয়মটী সদাকাল-
লৈকে সোঁৱৰণ কৰা;
তেওঁ হাজাৰ হাজাৰ পুৰুষলৈকে আদেশ
কৰা বাক্যটী তোমালোকে পালন কৰা।
[১৬] তেওঁ অব্ৰাহামে সৈতে স্থাপন কৰা
নিয়মটী,
আৰু ইচ্‌হাকৰ আগত কৰা শপথ তোমা-
লাকে সোঁৱৰণ কৰা;
[১৭] তেওঁ তাক যাকোবৰ নিমিত্তে এটী বিধি,
ইস্ৰায়েলৰ নিমিত্তে এটী অনন্ত নিয়ম বুলি
স্থিৰ কৰি কৈছিল,
[১৮] মই তোমাক কনান দেশ দিম,
তোমাৰ স্বত্ব থকা আধিপত্য দিম।
[১৯] সেই কালত তোমালোক লেখত কম
আছিলা,
এনে কি, অতি তাকৰ, আৰু তাত প্ৰবাসী
আছিলা;
[২০] আৰু সিবিলাকে এক জাতিৰ পৰা আন
জাতিলৈ,
এক ৰাজ্যৰ পৰা আন বংশলৈ ভ্ৰমি ফুৰি-
ছিল;
[২১] তেওঁ সিবিলাকৰ অপকাৰ কৰিবলৈ
কাকো নিদিলে,
এনে কি, তেওঁ সিবিলাকৰ নিমিত্তে ৰজা-
বিলাকক ধমকাই কৈছিল,
[২২] তোমালোকে মোৰ অভিষিক্তবিলাকক
নুচুবা,
আৰু মোৰ ভাববাদীবিলাকৰ কোনো অপ-
কাৰ নকৰিবা।

[২৩] হে সমুদায় পৃথিবি, যিহোৱাৰ উদ্দেশে
গীত গোৱা;
দিনে দিনে তেওঁৰ পৰিত্ৰাণ প্ৰচাৰ
কৰা;
[২৪] জাতিবিলাকৰ মাজত, তেওঁৰ গৌৰৱ
প্ৰকাশ কৰা;
সমুদায় লোকসমূহৰ মাজত তেওঁৰ আশ্চ-
ৰিত কৰ্ম্ম বৰ্ণনা কৰা।
[২৫] কিয়নো যিহোৱা মহান আৰু অতি
প্ৰশংসনীয়;
তেওঁ সকলো দেৱতাবোৰতকৈ ভয়ানক।
[২৬] কিয়নো জাতিবিলাকৰ আটাই দেৱতা
ছাঁ মাথোন;
কিন্তু যিহোৱাইহে আকাশ-মণ্ডল সৃষ্টি
কৰিলে।
[২৭] মহিমা আৰু প্ৰতাপ তেওঁৰ আগত
আছে;
তেওঁৰ বাসস্থানত শক্তি আৰু আনন্দ
থাকে।
[২৮] হে জাতিবিলাকৰ গোষ্ঠীবিলাক, তোমা-
লোকে যিহোৱাৰ গৌৰৱ কীৰ্ত্তন
কৰা;
যিহোৱাৰ গৌৰৱ আৰু মহিমা কীৰ্ত্তন কৰা।
[২৯] যিহোৱাৰ উদ্দেশে তেওঁৰ নামৰ যোগ্য
গৌৰৱ কীৰ্ত্তন কৰা;
উপহাৰে সৈতে তেওঁৰ আগত উপস্থিত
হোৱা;
পবিত্ৰ শোভাৰে যিহোৱাৰ আগত প্ৰণি-
পাত কৰা।
[৩০] হে সমুদায় পৃথিবি, তেওঁৰ সাক্ষাতে
কম্পমান হোৱা;
জগতখনো লৰচৰ নোহোৱাকৈ স্থাপিত
হৈছে।
[৩১] আকাশ-মণ্ডলে আনন্দ কৰোক, আৰু
পৃথিবী উল্লাসিত হওক;
লোকবিলাকে জাতিবিলাকৰ মাজত কওক,
যিহোৱাই ৰাজত্ব কৰিছে।
[৩২] সমুদ্ৰ আৰু তাৰ সকলোৱে গৰ্জ্জন
কৰোক;
পথাৰ আৰু তাত থকা সকলোৱেও উল্লা-
সিত হওক।
[৩৩] তেতিয়া অৰণ্যৰ সকলো গছবোৰে
যিহোৱাৰ সাক্ষাতে আনন্দ-গান
কৰিব;
কিয়নো তেওঁ পৃথিবীৰ বিচাৰ কৰিবলৈ
আহিছে।
[৩৪] তোমালোকে যিহোৱাৰ ধন্যবাদ কৰা,
কিয়নো তেওঁ মঙ্গলময়;
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[৩৫] তোমালোকে কোৱা, হে আমাৰ পৰিত্ৰা-
ণৰ ঈশ্বৰ, আমাক পৰিত্ৰাণ কৰা;
তোমাৰ পবিত্ৰ নামৰ ধন্যবাদ কৰিবলৈ,
তোমাৰ প্ৰশংসাত জয়ধ্বনি কৰিবলৈ,
আমাক গোটাই জাতিবিলাকৰ মাজৰ পৰা
আমাক উদ্ধাৰ কৰা।
[৩৬] অনাদি কালৰ পৰা অনন্ত কাললৈকে,
ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা ধন্য হওক।

পাছে সকলো লোকবিলাকে, সেই দৰে হওক বুলি কলে, আৰু যিহোৱাৰ প্ৰশংসা কৰিলে।

[৩৭] আৰু প্ৰতিদিনৰ প্ৰয়োজন অনুসাৰে চন্দুকৰ আগত নিত্যে নিত্যে পৰিচৰ্য্যা কৰিবলৈ, তেওঁ আচফক আৰু তেওঁৰ ভাইবিলাকক যিহোৱাৰ নিয়ম-চন্দুকৰ আগত ৰাখিলে; [৩৮] ওবেদ-ইদোম আৰু সিবিলাকৰ ভাই আঠ-ষষ্টি জন, আৰু যিদূথূনৰ পুত্ৰ ওবেদ-ইদোম আৰু হোচা দুৱৰী হল; [৩৯] আৰু হোমবেদিৰ ওপৰত নিত্যে নিত্যে যিহোৱাৰ উদ্দেশে ৰাতিপুৱা আৰু সন্ধ্যা বেলাৰ হোম-বলি উৎসৰ্গ কৰিবলৈ আৰু ইস্ৰায়েলক যিহোৱাই যি ব্যৱস্থাৰ আদেশ কৰিছিল, [৪০] তাত লিখা সকলোৰ দৰে কাৰ্য্য কৰিবলৈ তেওঁ চাদোক পুৰোহিতক আৰু তেওঁৰ পুৰোহিত ভাইবিলাকক, গিবিয়োনৰ ওখ ঠাইত যিহোৱাৰ আবাসৰ আগত ৰাখিলে; [৪১] আৰু "যিহোৱাৰ দয়া সদাকাললৈকে থাকে," এই বুলি তেওঁৰ ধন্যবাদ কৰিবলৈ, হেমন, যিদূথূন, আৰু নাম লিখা আন আন মনোনীত লোকবিলাকক সিবিলাকৰ লগত ৰাখিলে; [৪২] আৰু মহাধ্বনি হবৰ নিমিত্তে, তুৰী তাল আদি ঈশ্বৰীয় বাদ্যযন্ত্ৰ বজাবলৈ হেমন আৰু যিদূথূন সিবিলাকৰ সঙ্গী আছিল আৰু যিদূথূনৰ পুত্ৰবিলাক দুৱৰী হল। [৪৩] পাছে

আটাইবিলাক লোক আপোন আপোন ঘৰলৈ গল ; আৰু দায়ুদেও আপোনাৰ পৰিয়ালবিলাকক আশীৰ্ব্বাদ কৰিবলৈ উলটি আহিল।

দায়ুদৰ আগত ঈশ্বৰৰ প্ৰতিজ্ঞা, আৰু ঈশ্বৰৰ আগত তেওঁৰ প্ৰাৰ্থনা।

**১৭** পাছে দায়ুদে যেতিয়া আপোনাৰ গৃহত বাস কৰিবলৈ ধৰিলে, তেতিয়া তেওঁ নাথন ভাববাদীক কলে, দেখা, ময় এৰচ কাঠেৰে সজা গৃহত বাস কৰিছোঁ ; কিন্তু যিহোৱাৰ নিয়ম-চন্দুক আঁৰ-কাপৰৰ ভিতৰত থাকিছে। [২] তাতে নাথনে দায়ুদক কলে, ভাল, আপোনাৰ মনত যি আছে, তাকে কৰোক ; কিয়নো ঈশ্বৰ আপোনাৰ লগত আছে। [৩] পাছে নাথনৰ গুৰিলৈ সেই ৰাতিয়েই ঈশ্বৰৰ বাক্য আহিল, বোলে, [৪] তুমি গৈ মোৰ দাস দায়ুদক কোৱা, যিহোৱাই এই কথা কৈছে, তুমি হলে, বাস কৰিবলৈ মোৰ নিমিত্তে গৃহ নেসাজিবা ; [৫] কিয়নো ময় ইস্ৰায়েলক উলিয়াই অনা দিনৰে পৰা আজিলৈকে কোনো গৃহত বাস কৰা নাই ; কিন্তু এক তাম্বুৰ পৰা আন তাম্বুলৈ, আৰু এক আবাসৰ পৰা আন আবাসলৈ গৈ থাকিছোঁ। [৬] গোটেই ইস্ৰায়েলৰ মাজত ময় অহা-যোৱা কৰা কোনো এক ঠাইত, ময় যাক মোৰ প্ৰজাবিলাকক প্ৰতিপালন কৰিবলৈ ভাৰ দিছিলোঁ, ইস্ৰায়েলৰ এনে কোনো বিচাৰ-কৰ্ত্তাক জানো কেতিয়াবা এই কথা কৈছিলোঁ, যে, তোমালোকে কিয় মোৰ নিমিত্তে এৰচ কাঠৰ গৃহ নিৰ্ম্মাণ কৰা নাই ? [৭] এই হেতুকে এতিয়া তুমি মোৰ দাস দায়ুদক কোৱা, বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, মোৰ প্ৰজা ইস্ৰায়েলৰ ওপৰত অধিপতি হবলৈ ময় তোমাক মেৰৰ চৰণী ঠাইৰ পৰা, আৰু জাকৰ পাছে পাছে যোৱাৰ পৰা গ্ৰহণ কৰিলোঁ ; [৮] আৰু তুমি যি যি ঠাইলৈ গৈছিলা, সেই সকলোতে ময় তোমাৰ সঙ্গী হৈ তোমাৰ সম্মুখৰ পৰা তোমাৰ আটাই শক্ৰবোৰক উচ্ছন্ন কৰিলোঁ ; আৰু পৃথিবীত থকা মহৎ লোকৰ নামৰ দৰে তোমাৰো নাম মহৎ কৰিম। [৯] আৰু ময় আপোন প্ৰজা ইস্ৰায়েলৰ নিমিত্তে এটা ঠাই নিশ্চয় কৰি সিবিলাকক ৰোপণ কৰিম ; তাতে সিবিলাকে আপোন আপোন ঠাইতে বাস কৰিব, সিবিলাকক লৰোৱা নহব আৰু। [১০] আগৰ কালৰ নিচিনাকৈ, যেতিয়াৰে পৰা ময় আপোন প্ৰজা ইস্ৰায়েল লোকবিলাকৰ ওপৰত বিচাৰকৰ্ত্তাবিলাকক নিযুক্ত কৰিছিলোঁ, তেতিয়াৰে পৰা যেনে হৈছিল, সেই ৰূপে দুৰ্জ্জনৰ সন্তানবিলাকে সিবিলাকক আৰু দুঃখ নিদিব ; আৰু ময় তোমাৰ আটাই শক্ৰক বশীভূত কৰিম। আৰু ময় তোমাক কৈছোঁ, তোমাৰ নিমিত্তে যিহোৱাই এক বংশ উৎপন্ন কৰিব। [১১] আৰু তুমি সম্পূৰ্ণ আয়ুস পাই আপোন ওপৰ-পিতৃবিলাকৰ গুৰিত থাকিবৰ নিমিত্তে যাব লগা হলে, তোমাৰ পাছে হোৱা তোমাৰ বংশৰ এজনক, অৰ্থাৎ তোমাৰ পুত্ৰবিলাকৰ মাজৰ এজনক স্থাপন কৰিম, আৰু তেওঁৰ ৰাজ্য স্থিৰ কৰিম। [১২] মোৰ নিমিত্তে তেওঁহে এটা গৃহ নিৰ্ম্মাণ কৰিব, আৰু ময় তেওঁৰ সিংহাসন চিৰস্থায়ী কৰিম। [১৩] ময় তেওঁৰ পিতৃ হম, আৰু তেওঁ মোৰ পুত্ৰ হব ; আৰু তোমাৰ আগেয়ে হোৱা জনৰ পৰা যেনেকৈ মোৰ দয়া গুচালোঁ, তেনেকৈ তেওঁৰ পৰা মোৰ দয়া নুগুচাম ; [১৪] কিন্তু মোৰ গৃহত আৰু মোৰ ৰাজ্যত তেওঁক যুগে যুগে থিৰে ৰাখিম, আৰু তেওঁৰ সিংহাসন চিৰস্থায়ী হব। [১৫] এই সকলো বাক্য আৰু এই গোটেই দৰ্শন অনুসাৰে নাথনে দায়ুদক কলে।

[১৬] তেতিয়া দায়ুদ ৰজাই ভিতৰলৈ গৈ যিহোৱাৰ আগত বহি কলে, হে ঈশ্বৰ যিহোৱা, ময় নো কোন, আৰু মোৰ বংশই বা কি, যে, তুমি মোক ইমান ওখ খাপলৈ আনিছা ? [১৭] তথাপি হে ঈশ্বৰ, তোমাৰ দৃষ্টিত ইও সৰু বিষয় আছিল ; তুমি আপোন দাসৰ বংশৰ বিষয়েও সুদীৰ্ঘকালৰ কথা কলা ; হে ঈশ্বৰ যিহোৱা, মোক ওখ পদত থকা লোক যেন জ্ঞান কৰিলা। [১৮] ইয়াৰ পাছত আপোন দাসক সন্মান কৰাৰ বিষয়ে দায়ুদে তোমাক আৰু কি কব ? [১৯] কিয়নো তুমি আপোন দাসক জানি আছা। হে যিহোৱা, তুমি আপোন দাসলৈ চাই, আৰু আপোনাৰ মনৰ মতে এই সমস্ত মহৎ কৰ্ম্ম সাধন কৰি, এই সকলো মহৎ কৰ্ম্ম জনালা। [২০] ময় আপোন

কাণে যি যি শুনিলোঁ, সেই সকলোর দরে, হে যিহোৱা, তোমার তুল্য কোনো নাই, আরু তোমাত বাজে আরু কোনো ঈশ্বর নাই। [২১] আরু তোমার প্রজা ইস্রায়েল লোকর তুল্য যাক ঈশ্বরে আপোনার নিমিত্তে মুক্ত করি নিজ প্রজা করিবলৈ, মিচরর পরা তুমি মুক্ত করা প্রজার আগর পরা জাতিবিলাকক দূর করি মহৎ আরু ভয়ানক কার্য্যর দ্বারায় তোমার নাম কীর্ত্তিমন্ত করিবলৈ আগমন করিলা, পৃথিবীর মাজত এনে আন কোন জাতি আছে? [২২] কিয়নো তোমার প্রজা ইস্রায়েল লোক-বিলাকক তুমি নিজর চিরস্থায়ী প্রজা করিলা; আরু হে যিহোৱা, তুমি সিবিলাকর ঈশ্বর হলা। [২৩] এই হেতুকে এতিয়া হে যিহোৱা, তুমি আপোন দাসর আরু তেওঁর বংশর বিষয়ে যি বাক্য কলা, তাক সদাকাললৈকে স্থির করা হওক; আরু যেনেকৈ তুমি কলা, তেনেকৈয়ে করা। [২৪] বাহিনীবিলাকর যিহোৱা ইস্রায়েলর ঈশ্বর, ইস্রায়েলর পক্ষর ঈশ্বর, আরু তোমার দাস দায়ূদর বংশ তোমার সাক্ষাতে থিরে থাকিব, এই বুলি লোকে কোৱাত, তোমার নাম সদাকালর নিমিত্তে স্থিরীকৃত আরু মহি-মান্বিত হওক; [২৫] কিয়নো, হে মোর ঈশ্বর, ময় তোমার নিমিত্তে এক বংশ স্থাপন করিম বুলি তুমিয়েই তোমার দাসর আগত প্রকাশ করিলা; এই কারণে তোমার আগত এই প্রার্থনা করিবলৈ তোমার দাসর মনত সাহ জন্মিল। [২৬] আরু এতিয়া হে যিহোৱা, তুমিয়েই ঈশ্বর, আরু তুমিয়েই আপোন দাসলৈ এই মঙ্গল-প্রতিজ্ঞা করিলা। [২৭] এই হেতুকে তোমার দাসর বংশ যেন তোমার আগত সদাকাল থাকে, এই নিমিত্তে এতিয়া তুমি অনুগ্রহ করি আপোন দাসর বংশক আশীর্ব্বাদ করিলা; কিয়নো হে যিহোৱা, তুমিয়েই আশীর্ব্বাদ করিলা, আরু সেয়ে সদাকাললৈকে আশীর্ব্বাদযুক্ত হৈ থাকিব।

[১] দায়ূদে নানা জাতিক জয় করা; তেওঁর পাত্র-মন্ত্রীবিলাকর তালিকা।

১৮ [১] তার পাছে দায়ূদে পলেষ্টীয়াবিল্যাকক আঘাত করি বশীভূত করিলে, আরু সিহঁতর হাতর পরা গাৎ আরু তার উপনগরবোর কাঢ়ি ললে। [২] আরু তেওঁ মোৱাবীয়াবিলাকক আঘাত করাত, মোৱাবীয়াবিলাকে দায়ূদর তলতীয়া হৈ উপহার আনিবলৈ ধরিলে। [৩] পাছে চোবার রজা হদরেজরে ফরাৎ নদীর ওচরত আপোনার অধিকার পুনরায় স্থাপন করিবলৈ যাওঁতে, [৪] দায়ূদে হমাতলৈকে তেওঁক আঘাত করি, তেওঁর এক হাজার রথ, সাত হাজার অশ্বারোহী, আরু বিশ হাজার পদাতিক সৈন্য হাত করি ললে; আরু রথর আটাই ঘোঁরাবোরর পাছ-ঠেঙর শির কাটিলে, কিন্তু তার মাজত এশ রথর নিমিত্তে ঘোঁরা রাখিলে। [৫] পাছে, দম্মেচকর অরামীয়াবিলাকে চোবার হদরেজর রজার সহায় করিবলৈ আহিলত, দায়ূদে সেই অরামীয়াবিলাকর মাজর বাইশ হাজার লোকক বধ করিলে। [৬] তার পাছে দায়ূদে দম্মেচকর অরাম দেশত সৈন্যদল স্থাপন করিলে; তাতে অরামীয়াবিলাকে দায়ূদর তল-তীয়া হৈ উপহার আনিলে। এই রূপে দায়ূদ যি যি ঠাইলৈ যায়, সেই সকলোতে যিহোৱাই তেওঁক জয়ী হবলৈ দিয়ে। [৭] আরু দায়ূদে হদরেজরর দাস কেইজনর গাত থকা সোণর ঢালবোর সোলোকাই যিরূচালেমলৈ লৈ আহিল। [৮] আরু দায়ূদে হদরেজরর টিভৎ আরু কূন নগরর পরা অতিশয় অধিক পিত্তল আনিলে; চলোমনে তারে পিত্তলর সমুদ্র-পাত্রটো, স্তম্ভ দুটা, আরু পিত্তলর পাত্রবোর নির্ম্মাণ করিলে। [৯] পাছে, দায়ূদে চোবার রজা হদরেজরর সকলো সৈন্যসামন্তক আঘাত করা কথা, হমাতর রজা তোয়োৱে শুনি, [১০] দায়ূদ রজার মঙ্গল সুধিবলৈ, আরু যুদ্ধত হদরেজরক আঘাত করা বাবে তেওঁক ধন্যবাদ দিবলৈ আপোনার পুত্র হদোরামক তেওঁর ওচরলৈ পঠালে; কিয়নো হদরেজরর লগত তোয়োৱো যুদ্ধ আছিল; আরু হদোরামর লগত রূপর, সোণর, আরু পিত্তলর সকলো বিধ পাত্র আছিল। [১১] তাতে দায়ূদ রজাই ইদোম, মোৱাব, অম্মোনর সন্তানবিলাক, পলেষ্টীয়া লোক, আরু অমালেক আদি সকলো জাতির পরা অনা রূপ আরু সোণে সৈতে এইবোর বস্তুও যিহোৱার উদ্দেশে উৎসর্গ করিলে। [১২] পাছে চরূয়ার পুত্র অবীচয়ে লবণ উপত্যকাত

ইদোমীয়াবিলাকর মাজর অঠের হাজার লোকক বধ করিলে। [13] পাছে তেওঁ ইদোমত নানা সৈন্যদল স্থাপন করিলে ; আরু সকলো ইদোমীয়া লোক দায়ূদর তলতীয়া হল। দায়ূদ যি যি ঠাইলৈ যায়, সেই সকলোতে যিহোৱাই তেওঁক জয়ী হবলৈ দিয়ে।

[14] এই রূপে গোটেই ইস্রায়েলর ওপরত রাজত্ব করি দায়ূদে আপোনার সকলো প্রজার নিমিত্তে বিচার আরু ন্যায় সাধন করিলে। [15] চরূয়ার পুত্র যোৱাব প্রধান সেনাপতি আছিল ; অহীলূদর পুত্র যিহোচাফট ইতিহাস-লিখক আছিল ; [16] অহীটূবর পুত্র চাদোক, আরু অবিয়াথরর পুত্র অবীমেলক পুরোহিত আছিল, চব্‌চা রাজলিখক আছিল ; [17] যিহোয়াদার পুত্র বনায়া করেথীয়া আরু পলেথীয়াবিলাকর অধ্যক্ষ আছিল ; আরু দায়ূদর পুত্রবিলাক রজার প্রধান সভাসদ আছিল।

অম্মোনীয়া, অরামীয়া, আরু পলেষ্টীয়াবিলাকে সৈতে দায়ূদে যুদ্ধ করা।

**১৯** পাছে অম্মোনর সন্তানবিলাকর নাহচ রজা মরিলত, তেওঁর পুতেক তেওঁর পদত রজা হল। [2] তাতে দায়ূদে কলে, হানূনর পিতৃ নাহচে মোলৈ অনুগ্রহ করিছিল, এই হেতুকে ময়ো তেওঁলৈ অনুগ্রহ করিম, এই বুলি দায়ূদে তেওঁর পিতৃর নিমিত্তে সান্ত্বনা করিবলৈ দূত পঠালে। পাছে দায়ূদর সেই দাসবিলাকে হানূনক সান্ত্বনা করিবলৈ গৈ, অম্মোনর সন্তানবিলাকর দেশ পালত, [3] অম্মোনর সন্তানবিলাকর অধ্যক্ষবিলাকে হানূনক কলে, দায়ূদে আপোনার পিতৃক আদর করে দেখি, আপোনাক সান্ত্বনা করিবলৈ আপোনার ওচরলৈ মানুহ পঠাইছে বুলি আপুনি ভাবিছে নে ? তেওঁর দাসবিলাকে জানো চাবলৈ, বিনষ্ট করিবলৈ, আরু দেশর বুজ-বিচার লবলৈ আপোনার ইয়ালৈ অহা নাই ? [4] তাতে হানূনে দায়ূদর দাসবিলাকক ধরি সিইঁতর কিছু কিছু ডাঢ়ি ক্ষুরালে, আরু সিবিলাকর পিন্ধা কাপরর আধা টিকার গুরিত কাটি সিবিলাকক বিদায় দিলে। [5] পাছে কোনো কোনো লোকে গৈ সেই মানুহবিলাকর বিষয়ে রজার আগত জনালত, রজাই সিবিলাকে সৈতে সাক্ষাৎ করিবলৈ মানুহ পঠালে ; কিয়নো সিবিলাকে অতিশয় লাজ পাইছিল। আরু রজাই সিবিলাকক আজ্ঞা দিলে, বোলে, তোমালোকর ডাঢ়ি নহয়মানে তোমালোক যিরীহোত থাকা ; পাছে উলটি আহিবা। [6] পাছে অম্মোনর সন্তানবিলাকে, দায়ূদর আগত ঘিণলগীয়া হলোঁ বুলি জানি, হানূন আরু অম্মোনর সন্তানবিলাকে অরাম-নহরয়িম, অরাম-মাখা, আরু চোবার পরা রথ আরু অশ্বারোহীবিলাক আনিবর নিমিত্তে এক হাজার কিক্কর রূপ পঠাই দিলে। [7] এই রূপে সিহঁতে বত্রিশ হাজার রথী-সৈন্য, মাখার রজা, আরু তেওঁর লোকবিলাকক বেচ. দি আনিলে। সিহঁতে আহি মেদবার আগত ছাউনি পাতিলে ; আরু অম্মোনর সন্তানবিলাকেও আপোন আপোন নগরর পরা ওলাই গোট খাই যুদ্ধলৈ আহিল। [8] পাছে দায়ূদে সেই সম্বাদ পাই যোৱাবক আরু পরাক্রমী গোটেই সৈন্যসামন্তক তালৈ পঠাই দিলে। [9] তাতে অম্মোনর সন্তানবিলাকে বাহিরলৈ আহি নগরর দুৱার-মুখত যুদ্ধ করিবর অর্থে সৈন্যর বেহু পাতিলে। আরু রণলৈ অহা রজাবিলাক পথারত পৃথকে পৃথকে থাকিল। [10] এই রূপে আগফালে আরু পাছফালে, দুয়োফালে যুদ্ধ হব দেখি, যোৱাবে ইস্রায়েলর আটাই মনোনীত লোকর মাজর পরা মানুহ বাচি লৈ, অরামীয়াবিলাকর বিরুদ্ধে বেহু পাতিলে। [11] আরু অবশিষ্ট লোকবিলাকক আপোন ভায়েক অবীচয়র হাতত সোধাই দিলে ; তাতে সিবিলাকে অম্মোনর সন্তানবিলাকর বিরুদ্ধে বেহু পাতিলে। [12] আরু যোৱাবে কলে, যদি অরামীয়াবোর মোতকৈ বলবান হয়, তেন্তে তুমি আহি মোক সহায় করিবাহি ; আরু যদি তোমাতকৈ অম্মোনর সন্তানবিলাক বলবান হয়, তেন্তে ময় গৈ তোমাক সহায় করিমগৈ। [13] তুমি সাহীয়াল হোৱা ; আমি স্বজাতীয় লোকবিলাকর আরু আমার ঈশ্বরর নগরবোরর নিমিত্তে পুরুষালি দেখুৱাওঁহঁক ; আরু যিহোৱাই আপোন দৃষ্টিত যিহকে ভাল দেখে, তাকেই করোক। [14] পাছে, যোৱাব আরু তেওঁর লগর লোকবিলাকে অরামীয়াবিলাকে সৈতে যুদ্ধ করিবলৈ ওচর চাপিলত,

সিহঁত তেওঁৰ আগৰ পৰা পলাল। [15] আৰু অৰামীয়াবিলাক পলোৱা দেখি, অম্মোনৰ সন্তানবিলাকেও তেওঁৰ ভায়েক অবীচয়ৰ আগৰ পৰা পলাই নগৰত সোমালগৈ। [16] তেতিয়া যোৱাব যিৰূচালেমলৈ আহিল। পাছে অৰামীয়াবিলাকে ইস্রায়েলৰ সম্মুখত আপোনাবিলাকক ঘটা দেখি, দূত পঠাই নদীৰ সিপাৰে থকা অৰামীয়াবিলাকক বাহিৰ কৰি আনিলে; হদৰেজৰৰ সেনাপতি চোফক সিহঁতৰ অগ্ৰগামী হৈ আহিল। [17] পাছে দায়ূদৰ আগত এই বাৰ্ত্তা দিয়া হলত, তেওঁ গোটেই ইস্রায়েলক গোটাই লৈ যৰ্দ্দন পাৰ হৈ সিহঁতৰ ওচৰ পাই, সিহঁতৰ বিৰুদ্ধে বেহু পাতিলে। তাতে দায়ূদে অৰামীয়া লোকবিলাকৰ বিৰুদ্ধে বেহু পাতিলত, সিহঁতে তেওঁৰ লগত যুদ্ধ কৰিলে। [18] কিন্তু অৰামীয়াবিলাক ইস্রায়েলৰ সম্মুখৰ পৰা পলাল; আৰু দায়ূদে অৰামীয়াবিলাকৰ সাত হাজাৰ ৰথী-সৈন্য, চল্লিশ হাজাৰ পদাতিক সৈন্য, আৰু চোফক সেনাপতিক বধ কৰিলে। [19] পাছে ইস্রায়েলৰ সম্মুখত আপোনাবিলাকক ঘটা দেখি, হদৰেজৰৰ দাসবিলাকে দায়ূদৰ লগত সন্ধি পাতি তেওঁৰ অধীন হল। তেতিয়াৰে পৰা অৰামীয়া লোকে অম্মোনৰ সন্তানবিলাকক আৰু সহায় কৰিবলৈ মান্তি নহল।

**২০** পাছে বছৰ ঘূৰিলত, যি কালত ৰজাবিলাক যুদ্ধলৈ যায়, এনে কালত যোৱাবে পৰাক্ৰমী সৈন্যসামন্ত লৈ গৈ, অম্মোনৰ সন্তানবিলাকৰ দেশ নষ্ট কৰিলে, আৰু ৰব্বালৈ গৈ তাক অৱৰোধ কৰিলে; কিন্তু দায়ূদ যিৰূচালেমত থাকিল। পাছে যোৱাবে ৰব্বাক আঘাত কৰি মাটিৰে সমান কৰিলে। [2] আৰু দায়ূদে সিহঁতৰ ৰজাৰ মূৰৰ পৰা তেওঁৰ ৰাজমুকুটটী লৈ, তাৰ সোণৰ পৰিমাণ এক কিক্কৰ আছে বুলি বুজিলে; আৰু তাত বহুমূল্য মণিও আছিল; তাক দায়ূদৰ মূৰত দিয়া হল। তেওঁ সেই নগৰৰ পৰা অতিশয় অধিক লূটদ্ৰব্য উলিয়াই আনিলে। [3] পাছে দায়ূদে তাৰ ভিতৰত থকা লোকবিলাকক বাহিৰলৈ আনি, কৰত, লোহাৰ মৈ, আৰু কুঠাৰেৰে কাটিলে; দায়ূদে অম্মোনৰ সন্তানবিলাকৰ আটাই নগৰলৈ এই ৰূপে কৰিলে। পাছে দায়ূদ আৰু তেওঁৰ সকলো লোক যিৰূচালেমলৈ উভটি আহিল।

[4] তাৰ পাছে গেজৰত পলেষ্টীয়াবিলাকে সৈতে ৰণ লাগিল; সেই সময়ত হূচাতীয়া চিব্বখয়ে চিপ্পয় নামেৰে ৰফাৰ এজন সন্তানক বধ কৰিলে; তাতে পলেষ্টীয়াবিলাকক বশীভূত কৰা হল। [5] পুনৰায় পলেষ্টীয়াবিলাকে সৈতে যুদ্ধ হল; তাতে যায়ীৰৰ পুত্ৰ ইল্‌হাননে গাতীয়া গলিয়াথৰ ভায়েক লহমীক বধ কৰিলে; তাৰ বৰশাৰ কুৰা টোলোঠাৰ সমান আছিল। [6] আৰু এবাৰ গাতত ৰণ লাগিল; তাত অতি দীৰ্ঘকায় আৰু প্ৰত্যেক হাতে ভৰিয়ে ছটা ছটা আঙ্গুলি সৰ্ব্বমোট চব্বিশটা আঙ্গুলি থকা ৰফাৰ এজন সন্তান আছিল। [7] সি ইস্রায়েলক ইতিকিং কৰিলত, দায়ূদৰ ককায়েক চিমিয়াৰ পুত্ৰ যোনাথনে তাক বধ কৰিলে। [8] এই কেইজন ৰফাৰ ঔৰসত জন্মা লোক; ইহঁত দায়ূদ আৰু তেওঁৰ দাসবিলাকৰ হাতত মৰা পৰিল।

লোকবিলাকক গণনা কৰাৰ দোষ; আৰু তাৰ দণ্ড।

**২১** পাছে চয়তানে ইস্রায়েলৰ বিৰুদ্ধে থিয় হৈ, ইস্রায়েলক গণনা কৰিবলৈ দায়ূদক কুবুদ্ধি দিলে। [2] তাতে দায়ূদে যোৱাবক আৰু লোকবিলাকৰ অধ্যক্ষবিলাকক আজ্ঞা কৰিলে, বোলে, তোমালোকে যোৱা, বেৰ-চেবাৰে পৰা দানলৈকে ইস্রায়েলক গণনা কৰাগৈ; পাছে ময় সিবিলাকৰ সংখ্যা জানিবৰ নিমিত্তে মোক বাৰ্ত্তা দিবাহি। [3] তেতিয়া যোৱাবে কলে, এতিয়া যিমান লোক আছে, যিহোৱাই তাৰ এশ গুণ অধিককৈ আপোন প্ৰজাবিলাকক বৃদ্ধি কৰোক; হে মোৰ প্ৰভু মহাৰাজ, সিবিলাক সকলোৱেই জানো মোৰ প্ৰভুৰ দাস নহয়? মোৰ প্ৰভুৱে ইয়ালৈ কিয় পুৰুষাৰ্থ কৰে? আপুনি ইস্রায়েলৰ দোষৰ কাৰণ কিয় হব? [4] তথাপি যোৱাবতকৈ ৰজাৰ বাক্য প্ৰবল হোৱাত, যোৱাব গৈ গোটেই ইস্রায়েলৰ মাজত ফুৰি, পাছত যিৰূচালেমলৈ আহিল। [5] পাছে যোৱাবে লোকবিলাকৰ সংখ্যা দায়ূদৰ গুৰিত আনি দিলে; গোটেই ইস্রায়েলৰ মাজত

এঘাৰ লাখ তৰোৱাল ধৰোঁতা লোক, আৰু যিহূদাৰ মাজত চাৰি লাখ সত্তৰ হাজাৰ তৰোৱাল ধৰোঁতা লোক আছিল। ৬ কিন্তু সিবিলাকৰ মাজত তেওঁ লেবী আৰু বিন্যামীনক গণনা নকৰিলে; কাৰণ ৰজাৰ সেই আজ্ঞাত যোৱাবৰ ঘিণ লাগিছিল। ৭ পাছে ঈশ্বৰে সেই কাৰ্য্যত অসন্তোষ পাই ইস্ৰায়েলক আঘাত কৰিলে। ৮ দায়ূদে ঈশ্বৰক কলে, এই কৰ্ম্ম কৰাতে মই মহাপাপ কৰিলোঁ; এতিয়া বিনয় কৰোঁ, আপোন দাসৰ অপৰাধ ক্ষমা কৰা, কিয়নো মই অতিশয় অজ্ঞানৰ কৰ্ম্ম কৰিলোঁ। ৯ পাছে যিহোৱাই দায়ূদৰ দৰ্শক গাদক এই কথা কলে, ১০ তুমি গৈ দায়ূদক কোৱা, যিহোৱাই এই কথা কৈছে, মই তোমাৰ আগত তিনিটা দণ্ড ৰাখিছোঁ; তাৰ মাজৰ এটা বাচি লোৱা, মই তাকেই তোমালৈ কৰিম। ১১ তাতে গাদে দায়ূদৰ ওচৰলৈ গৈ তেওঁক কলে, যিহোৱাই এই কথা কৈছে, ১২ তিনি বছৰ আকাল, বা তিনি মাহলৈকে শত্ৰুবোৰৰ তৰোৱাল তোমাত লাগি থাকোঁতে তোমাৰ বৈৰীবোৰৰ আগত উচ্ছন্ন হোৱা, বা তিন দিনলৈকে যিহোৱাৰ তৰোৱাল, অৰ্থাৎ দেশত মহামাৰী হোৱা আৰু ইস্ৰায়েলৰ আটাই সীমাত সংহাৰ কৰোঁতা যিহোৱাৰ দূতে ভ্ৰমণ কৰা, এই তিনিটাৰ মাজৰ যিটোকে ইচ্ছা কৰা, তাকে নিজৰ নিমিত্তে বাচি লোৱা। যি জনাই মোক পঠালে, তেওঁক কি উত্তৰ দিম, তাক এতিয়া বিবেচনা কৰি চোৱা। ১৩ তাতে দায়ূদে গাদক কলে, মই বৰ ঠেকত পৰিছোঁ; মোক যিহোৱাৰ হাতত পৰিবলৈ দিওক, কিয়নো তেওঁৰ দয়া প্ৰচুৰ; কিন্তু মোক মানুহৰ হাতত পৰিবলৈ নিদিওক। ১৪ পাছে যিহোৱাই ইস্ৰায়েলৰ মাজলৈ মহামাৰী পঠালে; তাতে ইস্ৰায়েলৰ সত্তৰ হাজাৰ লোক মৰা পৰিল। ১৫ পাছে ঈশ্বৰে যিৰূচালেম বিনষ্ট কৰিবলৈ এজন দূত তালৈ পঠালত, তেওঁ যেতিয়া বিনষ্ট কৰিবলৈ যুগুত হল, তেতিয়া যিহোৱাই চাই সেই আপদৰ নিমিত্তে খেদ কৰি সংহাৰক দূতক কলে, এয়ে জুৰিছে, এতিয়া তোমাৰ হাত কোঁচোৱা। সেই সময়ত যিহোৱাৰ সেই দূত যিবূচীয়া অৰ্ণনৰ মৰণা মৰা খলাৰ ওচৰত থিয় হৈ আছিল। ১৬ পাছে দায়ূদে ওপৰলৈ চাই, পৃথিবী আৰু আকাশৰ মাজ পথত থিয় হৈ থকা যিহোৱাৰ সেই দূতক দেখিলে; তেওঁৰ হাতত, যিৰূচালেমৰ ওপৰলৈ দাঙি থকা কাঁক নোহোৱা এখন তৰোৱাল আছিল। তাতে দায়ূদ আৰু বৃদ্ধ লোকবিলাক উবুৰি হৈ পৰিল; সিবিলাকৰ গাত চট কাপৰ পিন্ধা আছিল। ১৭ আৰু দায়ূদে ঈশ্বৰক কলে, যি জনে লোকবিলাকক গণনা কৰিবলৈ আজ্ঞা দিলে, সেই জন জানো মই নহওঁ? ময়হে পাপ কৰিলোঁ, ময়হে অতিশয় অপৰাধী হলোঁ; কিন্তু এই মেৰবিলাকে কি কৰিলে? হে মোৰ ঈশ্বৰ যিহোৱা, বিনয় কৰোঁ, তোমাৰ হাত মোৰেই বিৰুদ্ধে, আৰু মোৰ পিতৃ-বংশৰেই বিৰুদ্ধে হওক; কিন্তু তোমাৰ প্ৰজাবিলাকক আঘাত কৰিবলৈ হাত নেমেলিবা। ১৮ পাছে, যিবূচীয়া অৰ্ণনৰ মৰণা মৰা খলাত যিহোৱাৰ উদ্দেশে এটা যজ্ঞবেদি স্থাপন কৰাগৈ বুলি দায়ূদক কবলৈ, যিহোৱাৰ দূতে গাদক হুকুম দিলে। ১৯ এই হেতুকে যিহোৱাৰ নামেৰে কোৱা গাদৰ সেই বাক্য অনুসাৰে দায়ূদ তালৈ উঠি গল। ২০ তেতিয়া অৰ্ণনে পাছফাললৈ চাই দূতক দেখিবলৈ পালে; আৰু তেওঁৰ লগত থকা তেওঁৰ চাৰিটা পুতেক লুকালগৈ; সেই সময়ত অৰ্ণনে ঘেঁহু ধান মাৰি আছিল। ২১ পাছে দায়ূদে অৰ্ণনৰ ওচৰলৈ চাপি যাওঁতে, অৰ্ণনে চাই দায়ূদক দেখি, মৰণা মৰা খলাৰ পৰা আহি দায়ূদৰ আগত মাটিত মুখ লগাই প্ৰণিপাত কৰিলে। ২২ তেতিয়া দায়ূদে অৰ্ণনক কলে, তুমি মৰণা মৰা এই ঠাইখন মোক দিয়া, মই এই ঠাইতে যিহোৱাৰ উদ্দেশে এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰোঁ; তুমি সম্পূৰ্ণ দাম লৈ, তাক মোক দিয়া; সেয়ে হলে লোকবিলাকৰ মাজত মহামাৰী নিবাৰণ হব। ২৩ তেতিয়া অৰ্ণনে দায়ূদক কলে, লওক, মোৰ প্ৰভু মহাৰাজে যিহকে ভাল দেখে, তাকেই কৰোক; দেখোক, মই হোম-বলিৰ নিমিত্তে এই কেইটা গৰু, খৰিৰ নিমিত্তে এই মৰণা মৰা যন্ত্ৰ, আৰু নৈবেদ্যৰ নিমিত্তে এই ঘেঁহু দিছোঁ; মই সকলোকে দান কৰিছোঁ। ২৪ পাছে দায়ূদ ৰজাই অৰ্ণনক কলে, সেয়ে হব নোৱাৰে, মই সম্পূৰ্ণ মূল্য দি কিনিহে লম; কিয়নো তোমাৰ যি আছে, মই যিহোৱাৰ

উদ্দেশে তাক নলওঁ, আৰু বিনামূল্যে হোম-বলি উৎসর্গ নকৰোঁ। [২৫] পাছে দায়ূদে সেই ঠাইৰ কাৰণে ছশ চেকল সোণ জুখি অর্ণনক দিলে। [২৬] আৰু দায়ূদে সেই ঠাইতে যিহোৱাৰ উদ্দেশে এটা যজ্ঞবেদি নির্ম্মাণ কৰি, হোম-বলি আৰু মঙ্গলার্থক বলি উৎসর্গ কৰিলে, আৰু যিহোৱাৰ নামেৰে প্রার্থনা কৰিলে ; তাতে তেওঁ আকাশৰ পৰা হোমবেদিত অগ্নি পেলাই তেওঁক উত্তৰ দিলে। [২৭] পাছে, যিহোৱাই আপোন দূতক আজ্ঞা কৰিলত, তেওঁ আপোন তৰোৱাল ফাঁকত ভৰাই থলে।

[২৮] সেই কালত, যিহোৱাই যিবূচীয়া অর্ণনৰ মৰণা মৰা খলাত উত্তৰ দিয়া দেখি, দায়ূদে সেই ঠাইতে বলিদান কৰিবলৈ ধৰিলে। [২৯] কিয়নো, মোচিয়ে অৰণ্যত নির্ম্মাণ কৰা যিহোৱাৰ আবাস আৰু হোমবেদিটো সেই সময়ত গিবিয়োনৰ ওখ ঠাইত আছিল। [৩০] কিন্তু দায়ূদে ঈশ্বৰৰ পৰামর্শ লবৰ নিমিত্তে তাৰ আগলৈ যাব নোৱাৰিছিল ; কাৰণ যিহোৱাৰ দূতৰ তৰোৱাল দেখি তেওঁ ভয় কৰিছিল।

**২২** পাছে দায়ূদে কলে, এয়ে ঈশ্বৰ যিহোৱাৰ গৃহৰ ঠাই, আৰু এয়ে ইস্রায়েলৰ হোমবেদিৰ ঠাই।

দায়ূদে মন্দিৰৰ অর্থে বস্তু আয়োজন কৰা ; আৰু চলোমনক আদেশ দিয়া।

[২] পাছে দায়ূদে ইস্রায়েল দেশত থকা বিদেশীবিলাকক গোটাবলৈ আজ্ঞা দিলে ; আৰু ঈশ্বৰৰ গৃহ নির্ম্মাণ কৰিবৰ অর্থে কটা-শিল যুগুত কৰিবলৈ শিল-কটীয়াবিলাকক কামত লগালে। [৩] আৰু তাৰ দুৱাৰৰ গজাল, আৰু বাটামৰ নিমিত্তে দায়ূদে অতিশয় অধিক লোহা যুগুত কৰিলে, [৪] আৰু অতি অধিক অপৰিমিত পিত্তল ও অসংখ্য এৰচ কাঠ যুগুত কৰিলে ; কিয়নো চীদোনীয়া আৰু তূৰীয়াবিলাকে দায়ূদলৈ অনেক এৰচ কাঠ আনিছিল। [৫] আৰু দায়ূদে কলে, মোৰ পুত্র চলোমন অলপ বয়সীয়া আৰু কোমল ; কিন্তু যিহোৱাৰ নিমিত্তে যি গৃহ সজা যাব, সেয়ে অতিশয় প্রতাপান্বিত হব লাগিব, আৰু তাৰ কীর্ত্তি ও যশ আটাই দেশতে ব্যাপ্ত হব লাগিব ; এই হেতুকে ময় তাৰ নিমিত্তে আয়োজন কৰিম। এই কাৰণে দায়ূদে আপোনাৰ মৃত্যুৰ পূর্ব্বে অতিশয় অধিক বস্তু আয়োজন কৰিলে।

[৬] পাছে তেওঁ আপোন পুত্র চলোমনক মতাই আনি, ইস্রায়েলৰ ঈশ্বৰ যিহোৱাৰ নিমিত্তে এটা গৃহ সাজিবলৈ তেওঁক আজ্ঞা কৰিলে। [৭] আৰু দায়ূদে আপোন পুত্র চলোমনক কলে, মোৰ ঈশ্বৰ যিহোৱাৰ নামৰ উদ্দেশে এটা গৃহ নির্ম্মাণ কৰিবলৈ মোৰ মন আছিল। [৮] কিন্তু যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, তুমি অনেকৰ ৰক্তপাত কৰিলা, আৰু বড় বড় যুদ্ধ কৰিলা ; তুমি মোৰ নিমিত্তে গৃহ নেসাজিবা, কিয়নো পৃথিবীত মোৰ সাক্ষাতে তুমি অনেকৰ ৰক্তপাত কৰিলা। [৯] কিন্তু দেখা, তোমাৰ এটী পুত্র জন্মিব ; তেওঁ বিশ্রাম ভোগ কৰা মানুহ হব ; ময় তেওঁৰ চাৰিওকালে থকা আটাই শত্রুৰ পৰা তেওঁক জিৰণি দিম ; কিয়নো তেওঁৰ নাম চলোমন [শান্ত] হব, আৰু তেওঁৰ ৰাজত্বৰ কালত ময় ইস্রায়েলক শান্তি আৰু নির্ব্বিঘ্নতা দিম। [১০] মোৰ নামৰ নিমিত্তে তেওঁহে এটা গৃহ নির্ম্মাণ কৰিব ; আৰু তেওঁ মোৰ পুত্র হব, আৰু ময় তেওঁৰ পিতৃ হম ; আৰু ময় ইস্রায়েলৰ ওপৰত তেওঁৰ ৰাজ-সিংহাসন চিৰস্থায়ী কৰিম। [১১] এতিয়া হে বোপা, যিহোৱা তোমাৰ সঙ্গী হওক ; আৰু তেওঁ তোমাৰ বিষয়ে যেনেকৈ কৈছিল, তেনেকৈয়ে তুমি কৃতকার্য্য হৈ আপোন ঈশ্বৰ যিহোৱাৰ গৃহ নির্ম্মাণ কৰা ; [১২] কেৱল, তোমাৰ ঈশ্বৰ যিহোৱাৰ ব্যৱস্থা পালন কৰিবৰ অর্থে যিহোৱাই তোমাক বুদ্ধি আৰু বিবেচনা দিওক, আৰু ইস্রায়েলৰ বিষয়ে তোমাক আজ্ঞা কৰোক। [১৩] সেয়ে হলে, যিহোৱাই ইস্রায়েলৰ নিমিত্তে মোচিক দিয়া বিধি আৰু শাসন-প্রণালীবোৰ পালন কৰিবলৈ, আৰু সেই দৰে কার্য্য কৰিবলৈ সাৱধানে থাকিলে, তুমি কৃতকার্য্য হবা ; তুমি বলৱান আৰু সাহীয়াল হোৱা, ভয়াতুৰ কি নিৰাশ নহবা। [১৪] আৰু দেখা, ময় অতি কষ্টেৰে যিহোৱাৰ গৃহৰ নিমিত্তে এক লাখ কিক্কৰ সোণ, আৰু দহ লাখ কিক্কৰ ৰূপ, আৰু অধিক হোৱাৰ নিমিত্তে নেজোখাকৈ পিত্তল আৰু লোহা যুগুত কৰি থৈছোঁ, কাঠ আৰু

শিলো যুগুত করি থৈছোঁ; তুমি আরু যুগুত করিব পারিবা। [15] আরু তোমার ইয়াত শিল্প-কর্ম্ম করোঁতা মানুহ অনেক আছে, অর্থাৎ শিল-কটীয়া, শিল আরু কাঠর কাম করোঁতা, আরু সকলো বিধর কামত নিপুণ হোৱা নানা লোক আছে। [16] আরু সোণ, রূপ, পিত্তল, আরু লোহা অসংখ্য আছে; উঠা, কাম করা, আরু যিহোৱা তোমার লগত থাকোক। [17] পাছে দায়ূদে আপোন পুত্র চলোমনক সহায় করিববৈলে, ইস্রায়েলর আটাই অধ্যক্ষবিলাকক আজ্ঞা করি কলে, [18] তোমালোকর ঈশ্বর যিহোৱা তোমালোকর লগত নাই নে? আরু চারিওফালর পরা তেওঁ তোমালোকক জিরণি দিয়া নাই নে? কিয়নো তেওঁ দেশ-নিবাসীবিলাকক মোর হাতত দিলে; আরু যিহোৱার ও তেওঁর প্রজাবিলাকর আগত দেশ বশীভূত আছে। [19] এতিয়া তোমালোকে আপোনাবিলাকর ঈশ্বর যিহোৱাক বিচারিববৈলে আপোন আপোন হৃদয় আরু মন দিয়া; আরু উঠা, যিহোৱার নিয়ম-চন্দুক আরু ঈশ্বরর পবিত্র বস্তুবোর যিহোৱার নামর উদ্দেশে নির্ম্মাণ করিব লগা গৃহলৈ অনা হবলৈ, ঈশ্বর যিহোৱার ধর্ম্মধাম নির্ম্মাণ করা।

দায়ূদে চলোমনক রজা পতা। লেবীয়া
আরু পুরোহিতবিলাকর কথা।

২৩ পাছে দায়ূদে বৃদ্ধ হৈ সম্পূর্ণ আয়ুস পাই, আপোন পুত্র চলোমনক ইস্রায়েলর ওপরত রজা পাতিলে। [2] তেওঁ পুরোহিত আরু লেবীয়াবিলাকে সৈতে ইস্রায়েলর আটাই অধ্যক্ষবিলাকক গোটালে। [3] তেতিয়া ত্রিশ বছর আরু তাত্কৈ অধিক বয়সীয়া লেবীয়াবিলাকক গণনা করা হলত, মূর অনুসারে সিবিলাকর সংখ্যা আঁঠত্রিশ হাজার পুরুষ আছিল। [4] সিবিলাকর মাজর চব্বিশ হাজার লোকক যিহোৱার গৃহর কার্য্য চলাববৈলে নিযুক্ত করা হল; ছয় হাজার লোক শাসনকর্ত্তা আরু বিচারকর্ত্তা আছিল। [5] চারি হাজার দুৱরী আছিল; আরু প্রশংসা করিবর অর্থে, যিবোর বাদ্যযন্ত্র ময় সাজিছোঁ বুলি দায়ূদে কৈছিল, সেইবোরেরে চারি হাজার লোকে যিহোৱার প্রশংসা করে। [6] গের্চোন, কহাৎ, আরু মরারী, লেবীর এই তিনি জন পুত্রর বংশ অনুসারে দায়ূদে সিবিলাকক পাল বাঁটি দিলে। [7] গের্চোনীয়াবিলাকর মাজত লদ্দন আরু চিমিয়ী। [8] লদ্দনর তিনি জন পুত্র; প্রধান যিহীয়েল, আন কেইজন জেথম আরু যোৱেল। [9] চিমিয়ীর তিনি জন পুত্র, চলোমোৎ, হজীয়েল, আরু হারণ; ইবিলাক লদ্দনর পিতৃ-বংশর মূল মানুহ আছিল। [10] আরু চিমিয়ীর পুত্র যহৎ, জীনা, যিয়ূচ, আরু বরীয়া; চিমিয়ীর এই চারি জন পুত্র। [11] সিবিলাকর মাজত প্রধান যহৎ, আরু দ্বিতীয় জীজা আছিল; কিন্তু যিয়ূচ আরু বরীয়ার বহুৎ সন্তান নাছিল; এই কারণে সিবিলাক একেলগে গণিত হৈ এক পিতৃ-বংশ হল। [12] কহাতর চারি জন পুত্র, অম্রম, যিচ্হর, হিব্রোণ, আরু উজ্জীয়েল। [13] অম্রমর পুত্র হারোণ আরু মোচি; পাছে, সদাকাললৈকে যিহোৱার সাক্ষাতে ধূপ জ্বলাবর, তেওঁর পরিচর্য্যা করিবর, আরু তেওঁর নামেরে আশীর্ব্বাদ করিবর নিমিত্তে, হারোণক আরু তেওঁর সন্তানবিলাকক সদাকাললৈকে অতি পবিত্র বস্তু পবিত্র করি রাখিববৈলে পৃথক করা গল। [14] কিন্তু ঈশ্বরর লোক যি মোচি, তেওঁর সন্তানবিলাক লেবী ফৈদর মাজত গণিত হল। [15] মোচির পুত্র গের্চোম আরু ইলীয়েজর। [16] গের্চোমর সন্তানবিলাকর মাজত চবূৱেল প্রধান। [17] আরু ইলীয়েজরর সন্তানবিলাকর মাজত রহবিয়া প্রধান আছিল; এই ইলীয়েজরর আরু পুত্র নাছিল, কিন্তু রহবিয়ার পুত্রবিলাক লেখত অতিশয় অধিক আছিল। [18] যিচ্হরর পুত্রবিলাকর মাজত চলোমীৎ প্রধান আছিল। [19] হিব্রোণর পুত্র প্রধান যিরিয়া, দ্বিতীয় অমরিয়া, তৃতীয় যহজীয়েল, আরু চতুর্থ যিকমিয়াম। [20] উজ্জীয়েলর পুত্র প্রধান মীখা, আরু দ্বিতীয় যিচিয়া। [21] মরারীর পুত্র মহলী আরু মূচী। [22] মহলীর পুত্র ইলিয়াজর আরু কীচ। ইলিয়াজর মরিলত, তেওঁর পুত্র নথকাত, কেৱল কেইজনীমান জীয়েক থকাত, সিহঁতর বংশর কীচর পুত্রবিলাকে সিহঁতক বিয়া করিলে। [23] মূচীর তিনি জন পুত্র, মহলী, এদর, আরু যিরেমোৎ; [24] ইবিলাক আপোন আপোন পিতৃ-বংশ অনুসারে লেবীর সন্তান; বিশ বছর আরু তাত্কৈ অধিক

বয়সীয়া যিবিলাক লোক নাম আৰু মূৰ অনুসাৰে গণিত হল, যিবিলাকে যিহোৱাৰ গৃহৰ সেৱকীয়া কাৰ্য্য কৰিছিল, ইবিলাক সিবিলাকৰ পিতৃ-বংশৰ মূল মানুহ। [25] কিয়নো দায়ূদে কৈছিল, ইস্রায়েলৰ ঈশ্বৰ যিহোৱাই আপোন প্রজাবিলাকক বিশ্রাম দিলে; তেওঁ সদাকাললৈকে যিরূচালেমত বসতি কৰিব; [26] আৰু লেবীয়াবিলাকেও আজিৰ পৰা আবাস, আৰু তাৰ সেৱকীয়া কাৰ্য্যৰ আটাই পবিত্র বস্তবোৰ আৰু বব নেলাগিব। [27] কাৰণ দায়ূদৰ শেষ-বাক্য অনুসাৰে বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া লেবীৰ সন্তানবিলাকক গণনা কৰা গল। [28] কিয়নো, সিবিলাকে কৰিব লগীয়া কাম যিহোৱাৰ গৃহৰ সেৱকীয়া কাৰ্য্যৰ অৰ্থে হাৰোণৰ সন্তানবিলাকৰ ওচৰত থিয় হোৱা, চোঁতাল কেইখন আৰু খোঁটালীবোৰৰ তত্ত্বাৱধাৰণ কৰা, আটাই পবিত্র বস্তু শুচি কৰা আদি ঈশ্বৰৰ গৃহৰ আটাই সেৱকীয়া কাৰ্য্য কৰা, দৰ্শন-পিঠা যুগুত কৰা, [29] আৰু খমীৰ নিদিয়া পাতল চাকলীয়া পিঠাৰ ভক্ষ্য নৈবেদ্য, বা তাৱাত ভাজ দিয়া ভক্ষ্য নৈবেদ্য, বা তেল সনা আটাগুড়িৰে সজা ভক্ষ্য নৈবেদ্যৰ অৰ্থে মিহি আটাগুড়ি যুগুত কৰা, আৰু সকলো বিধৰ জোখ আৰু পৰিমাণ চোৱা, [30] যিহোৱাৰ ধন্যবাদ আৰু প্রশংসাৰ অৰ্থে প্রতিৰাতিপুৱা আৰু সন্ধ্যা বেলা থিয় হোৱা, [31] আৰু যিহোৱাৰ সাক্ষাতে নিত্যে নিত্যে, আপোনাবিলাকে পালন কৰিব লগা বিধমতে, লেখ অনুসাৰে, প্রত্যেক বিশ্রাম-বাৰত, ন জোনত, আৰু নিরূপিত পৰ্ব্বত যিহোৱাৰ উদ্দেশে আটাই হোম-বলি উৎসৰ্গ কৰা; [32] আৰু সিবিলাকে সাক্ষাৎ কৰা তাম্বুৰ নিমিত্তে কৰিব লগীয়া কাৰ্য্য, পবিত্রস্থানৰ নিমিত্তে কৰিব লগীয়া কাৰ্য্য, আৰু ঈশ্বৰৰ গৃহৰ সেৱকীয়া কাৰ্য্যৰ সম্বন্ধে আপোনাৰ ভাই হাৰোণৰ সন্তানবিলাকৰ নিমিত্তে কৰিব লগীয়া কাৰ্য্য কৰিব।

**২৪** হাৰোণৰ সন্তানবিলাকৰ পালবোৰৰ কথা। হাৰোণৰ পুত্র নাদব, অবীহূ, ইলিয়াজৰ, আৰু ঈথামৰ। [2] কিন্তু নাদব আৰু অবীহূ আপোন পিতৃৰ আগতে মৰিল; আৰু সিবিলাকৰ সন্তান নাছিল; এই হেতুকে ইলিয়াজৰ আৰু ঈথামৰে পুৰোহিত-কৰ্ম্ম কৰিলে। [3] পাছে দায়ূদে ইলিয়াজৰৰ বংশৰ চাদোক, আৰু ঈথামৰৰ বংশৰ অহীমেলকে সৈতে পুৰোহিতবিলাকক সেৱকীয়া কাৰ্য্যসম্বন্ধীয় আপোন আপোন শ্রেণী অনুসাৰে পাল বাঁটি দিলে। [4] তাতে জনা গল, যে, ঈথামৰৰ সন্তানবিলাকৰ পিতৃ-বংশৰ মূল মানুহতকৈ ইলিয়াজৰৰ সন্তানবিলাকৰ পিতৃ-বংশৰ মূল মানুহ অধিক; এই হেতুকে তেওঁবিলাকে সিবিলাকক এনেকৈ পাল বাঁটি দিলে, যে, ইলিয়াজৰৰ সন্তানবিলাকৰ মাজত পিতৃ-বংশৰ ষোল জন মূল মানুহ, আৰু ঈথামৰৰ সন্তানবিলাকৰ মাজত পিতৃ-বংশৰ আঁঠ জন মূল মানুহ হল। [5] তেওঁবিলাকে বংশৰ একো প্রভেদ নেৰাখি, চিঠি খেলাই সিবিলাকক পাল বাঁটি দিলে; কিয়নো ধৰ্ম্মধামৰ অধ্যক্ষবিলাক আৰু ঈশ্বৰীয় অধ্যক্ষবিলাক ইলিয়াজৰ আৰু ঈথামৰৰ সন্তানবিলাকৰ মাজৰ পৰা লোৱা হল। [6] ৰজাৰ, অধ্যক্ষবিলাকৰ, চাদোক পুৰোহিতৰ, অবিয়াথৰৰ পুত্র অহীমেলকৰ, আৰু পুৰোহিত ও লেবীয়াবিলাকৰ পিতৃ-বংশৰ মূল মানুহবিলাকৰ আগতে লেবীৰ বংশৰ নথনেলৰ পুত্র চমযিয়া লিখকে সিবিলাকৰ নাম লিখিলে; ইলিয়াজৰৰ নিমিত্তে এক পিতৃ-বংশৰ নাম, আৰু ঈথামৰৰ নিমিত্তে এক পিতৃ-বংশৰ নাম লোৱা হল। [7] তেতিয়া প্রথম গুটি যিহোয়াৰীবৰ নামে উঠিল, দ্বিতীয় যিদয়াৰ, [8] তৃতীয় হাৰীমৰ, চতুৰ্থ চিয়োৰীমৰ, [9] পঞ্চম মল্কিয়াৰ, ষষ্ঠ মিয়ামীনৰ, [10] সপ্তম হক্কোচৰ, অষ্টম অবিয়াৰ, [11] নৱম যেচূৱাৰ, দশম চখনিয়াৰ, [12] একাদশ ইলিয়াচীবৰ, দ্বাদশ যাকীমৰ, [13] ত্রয়োদশ হুপ্পাৰ, চতুৰ্দ্দশ যেচেবাবৰ, [14] পঞ্চদশ বিল্‌গাৰ, ষোড়শ ইম্মেৰৰ, [15] সপ্তদশ হেজীৰৰ, অষ্টাদশ হপ্পিচেচৰ, [16] ঊনবিংশ পথহিয়াৰ, বিংশ যিহিষ্কেলৰ, [17] একবিংশ যাখীনৰ, দ্বাবিংশ গামূলৰ, [18] ত্রয়োবিংশ দলায়াৰ, চতুৰ্ব্বিংশ মাজিয়াৰ নামে উঠিল। [19] ইস্রায়েলৰ ঈশ্বৰ যিহোৱাৰ আজ্ঞা অনুসাৰে সিবিলাকৰ ওপৰ-পিতৃ হাৰোণৰ দ্বাৰায় সিবিলাকক দিয়া বিধিৰ দৰে, যিহোৱাৰ গৃহত সোমোৱাৰ বিষয়ে সিবিলাকৰ সেৱকীয়া কাৰ্য্যৰ নিমিত্তে এই এই শ্রেণী হল।

২০ লেবীর অৱশিষ্ট সন্তানবিলাকর কথা। অম্রমর সন্তানবিলাকর মাজত চুবায়েল; চুবায়েলর সন্তানবিলাকর মাজত যেহদিয়া। ২১ রহবিয়ার কথা; রহবিয়ার সন্তানবিলাকর মাজত যিচিয়া প্রধান। ২২ যিচ্‌হৰীয়াবিলাকর মাজত চলোমোৎ; চলোমোতর সন্তানবিলাকর মাজত যহৎ। ২৩ আৰু হিব্রোণর সন্তান, প্রধান যিরিয়া, দ্বিতীয় অমরিয়া, তৃতীয় যহজীয়েল, চতুর্থ যিকমিয়াম। ২৪ উজ্জীয়েলর সন্তানবিলাকর মাজত মীখা; মীখার সন্তানবিলাকর মাজত চামীর। ২৫ মীখার ভায়েক যিচিয়া; যিচিয়ার সন্তানবিলাকর মাজত জখরিয়া। ২৬ মরারীর সন্তান মহলী আৰু মূচী; যাজিয়ার পুতেক বিনো। ২৭ মরারীর সন্তান; যাজিয়ার সন্তান বিনো, চোহম, জক্কুর, আৰু ইব্রী। ২৮ মহলীর সন্তান ইলিয়াজর; এওঁর পুত্র নাছিল। ২৯ কীচর কথা; কীচর সন্তানবিলাকর মাজত যিরহমেল। ৩০ আৰু মূচীর সন্তান মহলী, এদর, আৰু যিরীমোৎ। ইবিলাক আপোন আপোন পিতৃ-বংশ অনুসারে লেবীর সন্তান। ৩১ এইবিলাকেও আপোনাবিলাকর ভাই হারোণর সন্তানবিলাকর নিচিনাকৈ, প্রধান লোকর পিতৃ-বংশর আৰু তেওঁর সৰু ভাইর পিতৃ-বংশর প্রভেদ নেরাখি, দায়ূদ রজার, আৰু চাদোক, অহীমেলক, আৰু পুরোহিত ও লেবীয়াবিলাকর পিতৃ-বংশর মূল মানুহবিলাকর সাক্ষাতে চিঠি খেলালে।

গায়ন-বায়নবিলাকর বিষয়।

**২৫** পাছে দায়ূদ আৰু সেনাপতিবিলাকে আচফ, হেমন, আৰু যিদূথূনর সন্তানবিলাকর কেতবিলাকক সেৱকীয়া কার্য্যর অর্থে পৃথক করিলে; সিবিলাকে বীণা, নেবল, আৰু তালেরে ভাবোক্তি গান করিব লাগে। যিবিলাকে আপোন আপোন সেৱকীয়া কার্য্য অনুসারে সেই কাম করিব লাগে, সিবিলাকর সংখ্যা। ২ আচফর সন্তানবিলাকর মাজত জক্কুর, যোচেফ, নথনিয়া, আৰু অচরেলা; সিবিলাকে রজার আজ্ঞারে ভাবোক্তি গান করোঁতা আচফর অধীনে ভাবোক্তি গান করে। ৩ যিদূথূনর কথা; যিদূথূনর সন্তানবিলাকর মাজত গদলিয়া, চরী, যিচয়া, হচবিয়া, আৰু মত্তিথিয়া, এই ছয় জন; বীণারে ভাবোক্তি গান করোঁতা আপোনাবিলাকর পিতৃ যিদূথূনর অধীনে সিবিলাকে যিহোৱার ধন্যবাদ আৰু প্রশংসার অর্থে ভাবোক্তি গান করে। ৪ হেমনর কথা; হেমনর সন্তান বুক্কিয়া, মত্তনিয়া, উজ্জীয়েল, চবূয়েল, যিরীমোৎ, হননিয়া, হনানী, ইলীয়াথা, গিদ্দলতী, রোমম্তী-এজর, যচবিকাচা, মল্লোথী, হোথীর, আৰু মহজীয়োৎ। ৫ ঈশ্বরীয় বাক্যর বিষয়ে রজার দর্শক যি হেমন, তেওঁর এই সকলো পুত্র; তেওঁর শিঙ ওখ করিবলৈ, ঈশ্বরে তেওঁক চৌদ্দটা লরা আৰু তিনি জনী ছোৱালী দিলে। ৬ এই আটাইবিলাকে ঈশ্বরর গৃহর সেৱকীয়া কার্য্যর নিমিত্তে, তাল, নেবল, আৰু বীণারে আপোন বাপেকর অধীনে যিহোৱার গৃহত গান করে; আচফ, যিদূথূন, আৰু হেমন রজার অধীনে আছিল। ৭ যিহোৱার উদ্দেশে গীত-গানত শিক্ষিত এনে কি নিপুণ ইবিলাক আৰু ইবিলাকর ভাইবিলাক সংখ্যাত সর্ব্বমোট দুশ অঠাশী জন লোক আছিল। ৮ সিবিলাক সৰু কি বড়, গুৰু কি শিষ্য সকলোৱে সমানে চিঠি খেলাই আপোনাবিলাকর করিব লগীয়া কার্য্য করিবলৈ থির করিছিল। ৯ প্রথম গুটি আচফর নিমিত্তে যোচেফর নামে উঠিল। দ্বিতীয় গুটি গদলিয়ার নামে উঠিল; তেওঁ, তেওঁর ভাই আৰু পুতেকবিলাক বার জন। ১০ তৃতীয় গুটি জক্কুরর নামে উঠিল; তেওঁর পুতেক আৰু ভাইবিলাক বার জন। ১১ চতুর্থ গুটি যিৎ্রীর নামে উঠিল; তেওঁর পুতেক আৰু ভাইবিলাক বার জন। ১২ পঞ্চম গুটি নথনিয়ার নামে উঠিল; তেওঁর পুতেক আৰু ভাইবিলাক বার জন। ১৩ ষষ্ঠ গুটি বুক্কিয়ার নামে উঠিল; তেওঁর পুতেক আৰু ভাইবিলাক বার জন। ১৪ সপ্তম গুটি যিচরেলার নামে উঠিল; তেওঁর পুতেক আৰু ভাইবিলাক বার জন। ১৫ অষ্টম গুটি যিচয়ার নামে উঠিল; তেওঁর পুতেক আৰু ভাইবিলাক বার জন। ১৬ নৱম গুটি মত্তনিয়ার নামে উঠিল; তেওঁর পুতেক আৰু ভাইবিলাক বার জন। ১৭ দশম গুটি চিমিয়ীর নামে উঠিল; তেওঁর পুতেক আৰু ভাইবিলাক বার জন। ১৮ একাদশ গুটি অজরেলর নামে উঠিল; তেওঁর পুতেক আৰু

ভাইবিলাক বার জন। [১৯] দ্বাদশ গুটি হচবিয়ার নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২০] ত্রয়োদশ গুটি চুবায়েলর নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২১] চতুর্দ্দশ গুটি মত্তিথিয়ার নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২২] পঞ্চদশ গুটি যিরেমোতর নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২৩] ষোড়শ গুটি হননিয়ার নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২৪] সপ্তদশ গুটি যচবিকাচার নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২৫] অষ্টাদশ গুটি হনানীর নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২৬] ঊনবিংশ গুটি মল্লোথীর নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২৭] বিংশ গুটি ইলিয়াথার নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২৮] একবিংশ গুটি হোথীরর নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [২৯] দ্বাবিংশ গুটি গিদ্দলতীর নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [৩০] ত্রয়োবিংশ গুটি মহজীয়োতর নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন। [৩১] চতুর্ব্বিংশ গুটি রোমম্তী-এজরর নামে উঠিল; তেওঁর পুতেক আরু ভাইবিলাক বার জন।

দুবরা আরু ভঁরালীবিলাকর বিষয়।

**২৬** দুবরীবিলাকর পালবোরর কথা। কোরহীয়াবিলাকর মাজত আচফর বংশর কোরির পুত্র মচেলেমিয়া আছিল। [২] মচেলেমিয়ার কেইবাটাও পুতেক আছিল; বড় পুতেক জখরিয়া, দ্বিতীয় যিদীয়েল, তৃতীয় জবদিয়া, চতুর্থ যৎনীয়েল, [৩] পঞ্চম এলম, ষষ্ঠ যোহোহানন, আরু সপ্তম ইলিহোএনয়। [৪] আরু ওবেদ-ইদোমরো কেইবাটাও পুতেক আছিল; বড় পুতেক চময়িয়া, দ্বিতীয় যিহোজাবদ, তৃতীয় যোৱাহ, চতুর্থ চাখর, পঞ্চম নথনেল, [৫] ষষ্ঠ অম্মীয়েল, সপ্তম ইচাখর, আরু অষ্টম পিয়ুলতয়; কিয়নো ঈশ্বরে তেওঁক আশীর্ব্বাদ করিছিল। [৬] তেওঁর পুতেক চময়িয়ার ঔরসতো কেইবাটাও পুতেক জন্মিল; সিবিলাকে আপোনাবিলাকর পিতৃ-বংশক শাসন করিছিল; কিয়নো সিবিলাক পরাক্রমী বীরপুরুষ আছিল। [৭] চময়িয়ার সন্তান অৎনী, রফায়েল, ওবেদ, আরু ইল্জাবদ; আরু সিবিলাকর ভাই বীরপুরুষ ইলীহু ও চমখিয়া। [৮] ইবিলাক সকলোরেই ওবেদ-ইদোমর সন্তান; ইবিলাক আরু ইবিলাকর পুতেক আরু ভাইবিলাক সেৱকীয়া কার্য্য করিব পরা বলবান লোক আছিল; এই ওবেদ-ইদোমর বংশত জন্মা বাষষ্টি জন আছিল। [৯] আরু মচেলেমিয়ার পুতেক আরু ভাই ওঁঠের জন বীরপুরুষ আছিল। [১০] আরু মরারীর বংশত জন্মা হোচার কেইবাটাও পুতেক আছিল; প্রধান চিম্রী, (কিয়নো যদিও তেওঁ বড় পুতেক নহয়, তথাপি বাপেকে তেওঁক প্রধান করিলে;) [১১] দ্বিতীয় হিল্কিয়া, তৃতীয় টবলিয়া, আরু চতুর্থ জখরিয়া; হোচার পুতেক আরু ভাইবিলাক সর্ব্বমোট তের জন আছিল। [১২] ইবিলাকর অর্থাৎ এই প্রধানবিলাকর মাজত দুবরীবিলাকর পাল আছিল; সিবিলাকে যিহোবার গৃহত পরিচর্য্যা করি, আপোনা-বিলাকর ভাইবিলাকে সৈতে আপোনাবিলাকর করিব লগীয়া কার্য্য করে। [১৩] আরু সিবিলাক সরু কি বড় সকলোরে আপোন আপোন পিতৃ-বংশ অনুসারে প্রত্যেক দুবারর নিমিত্তে চিঠি খেলালে। [১৪] তাতে পূব ফালর নিমিত্তে চেলেমিয়ার নামে গুটি উঠিল; এওঁর পুতেক জখরিয়া মন্ত্রণাত জ্ঞানী মানুহ; পাছে চিঠি খেলালত, উত্তর ফালর নিমিত্তে তেওঁর নামে গুটি উঠিল। [১৫] দক্ষিণ ফালর নিমিত্তে ওবেদ-ইদোমর নামে উঠিল; আরু তেওঁর পুতেক-বিলাকর নামে ভঁরালর নিমিত্তে গুটি উঠিল। [১৬] চুপ্পীম আরু হোচার নামে পশ্চিম ফালর নিমিত্তে, আরু ওপরলৈ উঠি যোৱা বাটর ওচরত থকা চল্লেখৎ নামেরে দুবারর নিমিত্তে গুটি উঠিল; তার রখীয়াবিলাক ইদলে সিদলে মুখামুখি আছিল। [১৭] পূবফালে ছয় জন লেবীয়া মানুহ, উত্তরফালে দিনে দিনে চারি জন, দক্ষিণফালেও দিনে দিনে চারি জন, আরু ভঁরালত দুজন দুজন। [১৮] আরু পশ্চিম-ফালে পর্ব্বরর নিমিত্তে ওপরলৈ উঠা বাটর কোষত চারি জন, আরু পর্ব্বরত দুজন।

[১৯] কোরহীয়া আৰু মৰারীয়া বংশত জন্মা লোক-বিলাকর মাজত দুৱৰীবিলাকর এইবোর পাল আছিল।

[২০] লেবীয়াবিলাকর কথা। অহিয়া ঈশ্বরর গৃহর বহুমূল্য বস্তুর, আৰু পবিত্রীকৃত বস্তুর ভঁরালী আছিল। [২১] লদ্দনর সন্তানবিলাকর কথা; লদ্দনর বংশ গের্চোনীয়াবিলাক, লদ্দনর পিতৃ-বংশর মূল মানুহ এই এই; [২২] যিহীয়েলী; যিহীয়েলীর পুতেকবিলাকর মাজত যেথম আৰু তেওঁর ভায়েক যোবেল; ইবিলাক যিহোবার গৃহর বহুমূল্য বস্তুর ভঁরালী আছিল। [২৩] অম্র-মীয়া, যিচ্হরীয়া, হিব্রোণীয়া, আৰু উজ্জীয়েলীয়া-বিলাকর মাজর কেতবিলাক, [২৪] আৰু মোচির পুত্র গের্চোমর সন্তান চবুয়েল ভঁরালী আছিল। [২৫] তেওঁর ভায়েকবিলাকর কথা; ইলীয়েজরর ঔরসত জন্মা তেওঁর পুতেক রহবিয়া, রহবিয়ার পুতেক যিচয়া, যিচয়ার পুতেক যোরাম, যোরামর পুতেক জিথ্রী, জিথ্রীর পুতেক চলোমোৎ। [২৬] দায়ূদ রজা, পিতৃ-বংশর মূল মানুহবিলাক, সহস্রপতিবিলাক, শতপতিবিলাক, আৰু সেনা-পতিবিলাকে যিবোর বস্তু পবিত্র করিছিল, সেই চলোমোৎ আৰু তেওঁর ভায়েকবিলাক সেই পবিত্রীকৃত বস্তুর ভঁরালী আছিল। [২৭] যিহোবার গৃহ মহৎ করিবর অর্থে সিবিলাকে যুদ্ধত পোবা লুটদ্রব্যর মাজর অনেক বস্তু পবিত্র করিছিল। [২৮] আৰু চমূয়েল দর্শকে, কীচর পুত্র চৌলে, নেরর পুত্র অব্নেরে, আৰু চরুয়ার পুত্র যোবাবে যিবিলাক বস্তু পবিত্র করিছিল, আৰু আন আন লোকে যি যি পবিত্র করিছিল, সেই সকলো বস্তু চলোমোতর আৰু তেওঁর ভায়েকবিলাকর জিমাত আছিল। [২৯] যিচ্হরীয়াবিলাকর মাজত কননিয়া আৰু তেওঁর পুত্রবিলাক শাসনকর্ত্তা আৰু বিচার-কর্ত্তা হবর নিমিত্তে ইস্রায়েলর ওপরত বাহিরর কার্য্যত নিযুক্ত হল। [৩০] হিব্রোণীয়া-বিলাকর মাজত হচবিয়া আৰু তেওঁর ভাই-বিলাক এক হাজার সাত শ বীরপুরুষ যিহোবার সকলো কার্য্যত আৰু রজার সেবা-কার্য্যত যর্দ্দনর ইপারে পশ্চিমফালে ইস্রায়েলর ওপরত নিযুক্ত আছিল। [৩১] হিব্রোণীয়াবিলাকর মাজত যিরিয়া প্রধান আছিল। (কিয়নো দায়ূদ রজার রাজত্বর চল্লিশ বছরর বছরি, হিব্রোণীয়াবিলাকরপুরুষানু-ক্রমে নিজ নিজ পিতৃ-বংশ অনুসারে অনুসন্ধান করা গলত, গিলিয়দর যাজেরত সিবিলাকর মাজত কেতবিলাক পরাক্রমী বীরপুরুষ পোৱা গল।) [৩২] আৰু তেওঁর ভাইবিলাক দুই হাজার সাত শ বীরপুরুষ; সিবিলাক পিতৃ-বংশর মূল মানুহ আছিল; দায়ূদ রজাই ঈশ্বরীয় আৰু রাজকীয় কাম করিবলৈ, রূবেণীয়া, গাদীয়া, আৰু মনচীয়াবিলাকর আধা ফৈদর ওপরত সিবিলাকক অধ্যক্ষ পাতিলে।

সেনাপতি আৰু কার্য্যাধ্যক্ষবিলাকর বিষয়।

**২৭** সংখ্যা অনুসারে ইস্রায়েলর সন্তান-বিলাকর, অর্থাৎ পিতৃ-বংশর যি মূল মানুহ-বিলাক, সহস্রপতিবিলাক, শতপতিবিলাক, আৰু সিবিলাকর যি বিষয়াবিলাকে, বছরর আটাই মাহত মাহে মাহে অহা-যোবা করা পালবোরর সকলো কথাতে রজার পরিচর্য্যা করে, সিবিলা-কর কথা; প্রত্যেক পালত চব্বিশ হাজার লোক আছিল। [২] প্রথম মাহর প্রথম পালর ওপরত জব্দীয়েলর পুত্র যাচবিয়াম আছিল; তেওঁর পালত চব্বিশ হাজার লোক আছিল; [৩] পেরচর সন্তানবিলাকর মাজর সেই পুরুষ প্রথম মাহর আটাই সেনাপতিবিলাকর ওপরত প্রধান আছিল। [৪] দ্বিতীয় মাহর পালর ওপরত অহো-হীয়া দোদয়; আৰু তেওঁর পালর মাজত মিক্লোতো অধ্যক্ষ আছিল; তেওঁর পালত চব্বিশ হাজার লোক আছিল। [৫] তৃতীয় মাহর নিমিত্তে তৃতীয় সেনাপতি যিহোয়াদা পুরোহিতর পুত্র বনায়া; তেওঁ প্রধান আছিল; তেওঁর পালত চব্বিশ হাজার লোক আছিল; [৬] এই বনায়া ত্রিশ জনর মাজত পরাক্রমী বীর আছিল, আৰু ত্রিশ জনর ওপরত আছিল; তেওঁর পুত্র অম্মীজাবদ তেওঁর পালত আছিল। [৭] চতুর্থ মাহর নিমিত্তে চতুর্থ সেনাপতি যোৱাবর ভায়েক অচাহেল, আৰু তেওঁর পাছত তেওঁর পুত্র জবদিয়া; তেওঁর পালত চব্বিশ হাজার লোক আছিল। [৮] পঞ্চম মাহর নিমিত্তে পঞ্চম সেনাপতি যিস্রাহীয়া চমূহৎ; তেওঁর পালত চব্বিশ হাজার লোক আছিল। [৯] ষষ্ঠ মাহর নিমিত্তে ষষ্ঠ সেনাপতি তকোৱাৰীয়া ইক্কেচর

পুত্ৰ ঈৰা ; তেওঁৰ পালত চব্বিশ হাজাৰ লোক আছিল। [10] সপ্তম মাহৰ নিমিত্তে সপ্তম সেনাপতি ইফ্ৰয়িমৰ সন্তানবিলাকৰ মাজৰ পলোনীয়া হেলচ ; তেওঁৰ পালত চব্বিশ হাজাৰ লোক আছিল। [11] অষ্টম মাহৰ নিমিত্তে অষ্টম সেনাপতি জেৰহৰ বংশৰ হুচাতীয়া চিব্বখয় ; তেওঁৰ পালত চব্বিশ হাজাৰ লোক আছিল। [12] নৱম মাহৰ নিমিত্তে নৱম সেনাপতি বিন্যামীনৰ বংশৰ অনাথোতীয়া অবীয়েজৰ ; তেওঁৰ পালত চব্বিশ হাজাৰ লোক আছিল। [13] দশম মাহৰ নিমিত্তে দশম সেনাপতি জেৰহৰ বংশৰ নটোফাতীয়া মহৰয় ; তেওঁৰ পালত চব্বিশ হাজাৰ লোক আছিল। [14] একাদশ মাহৰ নিমিত্তে একাদশ সেনাপতি ইফ্ৰয়িমৰ সন্তানবিলাকৰ মাজৰ পিৰাথোনিয়া বনায়া, তেওঁৰ পালত চব্বিশ হাজাৰ লোক আছিল। [15] দ্বাদশ মাহৰ নিমিত্তে দ্বাদশ সেনাপতি অৎনীয়েলৰ বংশৰ নটোফাতীয়া হিল্‌দয় ; তেওঁৰ পালত চব্বিশ হাজাৰ লোক আছিল।

[16] ইস্ৰায়েলৰ ফৈদবিলাকৰ অধ্যক্ষসকলৰ কথা। ৰূবেণীয়াবিলাকৰ অধ্যক্ষ জিখ্ৰীৰ পুত্ৰ ইলীয়েজৰ ; চিমিয়োনীয়াবিলাকৰ অধ্যক্ষ মাখাৰ পুত্ৰ চফটিয়া ; [17] লেবীয়াবিলাকৰ অধ্যক্ষ কমূৱেলৰ পুত্ৰ হচবিয়া ; হাৰোণীয়াবিলাকৰ অধ্যক্ষ চাদোক ; [18] যিহুদাৰ অধ্যক্ষ দায়ূদৰ ককায়েক ইলীহূ ; [19] ইচাখৰৰ অধ্যক্ষ মীখায়েলৰ পুত্ৰ অম্ৰী ; জবূলূনৰ অধ্যক্ষ ওবদিয়াৰ পুত্ৰ যিচ্‌ময়া ; নপ্তালীৰ অধ্যক্ষ অজ্ৰীয়েলৰ পুত্ৰ যিৰীমোৎ ; [20] ইফ্ৰয়িমৰ সন্তানবিলাকৰ অধ্যক্ষ অজজিয়াৰ পুত্ৰ হোচেয়া ; মনচিৰ আধা ফৈদৰ অধ্যক্ষ পদায়াৰ পুত্ৰ যোৱেল ; [21] গিলিয়দত থকা মনচিৰ আন আধা ফৈদৰ অধ্যক্ষ জখৰিয়াৰ পুত্ৰ যিদ্দো ; বিন্যামীনৰ অধ্যক্ষ অব্‌নেৰৰ পুত্ৰ যাচীয়েল ; [22] দানৰ অধ্যক্ষ যিৰোহমৰ পুত্ৰ অজৰেল। ইবিলাক ইস্ৰায়েলৰ ফৈদৰ অধ্যক্ষ আছিল। [23] কিন্তু দায়ূদে বিশ বছৰতকৈ কম বয়সীয়া লোকবিলাকক গণনা নকৰিলে ; কিয়নো যিহোৱাই ইস্ৰায়েলক আকাশৰ তৰাবোৰৰ নিচিনা অসংখ্য কৰিবলৈ অঙ্গীকাৰ কৰিছিল। [24] চৰুয়াৰ পুত্ৰ যোৱাবে গণনা কৰিবলৈ আৰম্ভ কৰিছিল, কিন্তু সমাপ্ত নকৰিলে ; আৰু গণনা কৰাৰ কাৰণে ইস্ৰায়েলৰ ওপৰত ঈশ্বৰৰ ক্ৰোধ প্ৰজ্বলিত হৈছিল ; আৰু সিবিলাকৰ সংখ্যা দায়ূদ ৰজাৰ ইতিহাস-পুস্তকখনিত লিখা নহল।

[25] আৰু ৰজাৰ ভঁৰালবোৰৰ অধ্যক্ষ অদীয়েলৰ পুত্ৰ অজ্‌মাবৎ ; আৰু ক্ষেতি, নগৰ, গাঁও, আৰু দুৰ্গবোৰত যি যি ভঁৰাল আছিল, সেই সকলোৰে অধ্যক্ষ উজ্জিয়াৰ পুত্ৰ যোনাথন ; [26] পথাৰৰ ক্ষেতিয়কবিলাকৰ অধ্যক্ষ কলূবৰ পুত্ৰ ইজ্ৰী ; [27] দ্ৰাক্ষাবাৰীবোৰৰ অধ্যক্ষ ৰামাথীয়া চিমিয়ী ; দ্ৰাক্ষাবাৰীৰ দ্ৰাক্ষাৰসৰ ভঁৰালবোৰৰ অধ্যক্ষ চিফ্‌মীয়া জব্দী ; [28] নিম্নভূমিত থকা জিতবৃক্ষ আৰু ডিমৰু গছবোৰৰ অধ্যক্ষ গদেৰীয়া বালহানন ; তেলৰ ভঁৰালবোৰৰ অধ্যক্ষ যোৱাচ ; [29] চাৰোণত চৰা গৰুৰ জাকবোৰৰ অধ্যক্ষ চাৰোণীয়া চিত্ৰয় ; উপত্যকাবোৰত চৰা গৰুৰ জাকবোৰৰ অধ্যক্ষ অদ্‌লয়ৰ পুত্ৰ চাফট ; উটবোৰৰ অধ্যক্ষ ইশ্মায়েলীয়া অবীল ; [30] গাধীবোৰৰ অধ্যক্ষ মেৰোনোথীয়া যেহদিয়া ; [31] আৰু মেৰ ও ছাগৰ জাকবোৰৰ অধ্যক্ষ হাগৰীয়া যাজীজ। এই আটাইবোৰেই দায়ূদ ৰজাৰ সম্পত্তিৰ অধ্যক্ষ আছিল।

[32] দায়ূদ ৰজাৰ দদায়েক যোনাথন মন্ত্ৰী আছিল, তেওঁ জ্ঞানী আৰু অধ্যাপক ; হক্‌মোনীৰ পুত্ৰ যিহীয়েল ৰজাৰ কোঁৱৰবিলাকৰ লগত আছিল ; [33] অহীথোফল ৰাজমন্ত্ৰী আছিল ; অৰ্কীয়া হুচয় ৰজাৰ সুহৃদ আছিল ; [34] অহীথোফলৰ পাছত বনায়াৰ পুত্ৰ যিহোয়াদা, আৰু অবিয়াথৰ ৰাজমন্ত্ৰী আছিল ; আৰু যোৱাব ৰজাৰ প্ৰধান সেনাপতি আছিল।

দায়ূদে দিয়া শেষ-আদেশ আৰু বক্তৃতা।
তেওঁৰ মৃত্যু।

**২৮** পাছে দায়ূদে ইস্ৰায়েলৰ সকলো অধ্যক্ষবিলাকক, অৰ্থাৎ ফৈদবোৰৰ অধ্যক্ষবিলাকক, ৰজাৰ পৰিচৰ্য্যা কৰোঁতা পালবোৰৰ অধ্যক্ষবিলাকক, সহস্ৰপতি আৰু শতপতিবিলাকক, আৰু ৰজাৰ ও কোঁৱৰবিলাকৰ গৰু আদি সম্পত্তিৰ অধ্যক্ষবিলাকক, নপুংসকবিলাকক, বীৰপুৰুষবিলাকক, আৰু আন আটাই পৰাক্ৰমী বীৰপুৰুষবিলাকক যিৰূচালেমত

গোটালে। [২] তেতিয়া দায়ুদ রজাই উঠি থিয় হৈ কলে, হে মোর ভাইসকল, আৰু মোর প্রজাসকল, মোর কথা শুনা; যিহোৱার নিয়ম-চন্দুকর নিমিত্তে, আৰু আমার ঈশ্বরর ভরি-পিরার নিমিত্তে এটী বিশ্রাম-গৃহ নির্ম্মাণ করিবলৈ মোর মন আছিল; আৰু ময় তাক নির্ম্মাণ করিবর নিমিত্তে বস্তুবাহানিও আয়োজন করিছিলোঁ। [৩] কিন্তু ঈশ্বরে মোক কলে, মোর নামর অর্থে তুমি গৃহ নির্ম্মাণ নকরিবা; কিয়নো তুমি যুদ্ধাৰু মানুহ, আৰু রক্তপাত করিলা। [৪] তথাপি ইস্রায়েলর ঈশ্বর যিহোৱাই, ইস্রায়েলর ওপরত সদায় রাজত্ব করিবর নিমিত্তে মোর আটাই পিতৃ-বংশর মাজর পরা মোক মনোনীত করিলে; কিয়নো তেওঁ অধিপতি করিবর নিমিত্তে যিহুদাক, আৰু যিহুদা বংশর মাজত মোর পিতৃ-বংশক মনোনীত করিলে; আৰু গোটেই ইস্রায়েলর ওপরত রজা করিবলৈ মোর পিতৃর পুত্রবিলাকর মাজত মোকেই গ্রাহ্য করিলে; [৫] আৰু মোর আটাই পুত্রবিলাকর মাজত (কিয়নো যিহোৱাই মোক অনেক পুত্র দিলে;) ইস্রায়েলর অধ্যক্ষস্বরূপে যিহোৱার রাজসিংহাসনত বহিবলৈ মোর পুত্র চলোমনক মনোনীত করিলে। [৬] আৰু তেওঁ মোক কলে; তোমার পুত্র চলোমনেই মোর গৃহ আৰু চোঁতাল কেইখন নির্ম্মাণ করিব; কিয়নো মোর পুত্র হবলৈ ময় তেওঁকেই মনোনীত করিলোঁ, আৰু ময় তেওঁর পিতৃ হম। [৭] আৰু আজির নিচিনাকৈ যদি তেওঁ মোর আজ্ঞা আৰু শাসন-প্রণালীবোর পালন করিবলৈ নেরে, তেন্তে ময় তেওঁর রাজ্য চিরস্থায়ী করিম। [৮] এই হেতুকে এতিয়া যিহোৱার সমাজ গোটেই ইস্রায়েলর সাক্ষাতে, আৰু আমার ঈশ্বরে শুনাকৈ ময় কৈছোঁ, এই উত্তম দেশর অধিকার যেন তোমালোকর থাকিব, আৰু তাক তোমালোকর পাছর সন্তানবিলাককৈ অধিকারর অর্থে থৈ যাব পারিবা, এই নিমিত্তে তোমালোকে সাবধান হৈ আপোন ঈশ্বর যিহোৱার সকলো আজ্ঞাকে পালন করা। [৯] আৰু হে বোপা চলোমন, তুমি আপোন পিতৃ ঈশ্বরক জানিবা; আৰু সরল চিত্তেরে ও সন্তুষ্ট মনেরে তেওঁর আরাধনা করিবা, কিয়নো যিহোৱাই সকলোরে হৃদয় অনুসন্ধান করে, আৰু সকলোরে কল্পনাকো বুজে; তুমি যদি তেওঁক বিচারা, তেন্তে তুমি তেওঁক পাবা; কিন্তু যদি তেওঁক ত্যাগ করা, তেন্তে তেওঁ তোমাকো সদাকাললৈকে ত্যাগ করিব। [১০] এতিয়া তুমি সাৱধান হোৱা; কিয়নো ধর্ম্মধামর অর্থে এটী গৃহ নির্ম্মাণ করিবলৈ যিহোৱাই তোমাক মনোনীত করিলে; তুমি সাহীয়াল হৈ কার্য্য করা।

[১১] পাছে দায়ুদে আপোন পুত্র চলোমনক মন্দিরর বারাণ্ডার, তার সকলো ঘরর, ভঁরাল-বোরর, ওপরর কোঁঠালীবোরর, ভিতরর কোঁঠালীবোরর, আৰু পাপাবরণর ঠাইখনর নমুনা দিলে। [১২] আত্মার দ্বারায় তেওঁর মনত যি যি উৎপন্ন হৈছিল, সেই সকলোকে বুজাই নমুনা দিলে। সেইবোর এই, যিহোৱার গৃহর চোঁতাল কেইখন, চারিওফালর আটাই কোঁঠালী-বোর, ঈশ্বরীয় গৃহর ভঁরালবোর, আৰু পবিত্রীকৃত বস্তুর ভঁরালবোর; [১৩] পুরোহিত আৰু লেবীয়া-বিলাকর পালবোর, যিহোৱার গৃহসম্বন্ধীয় আটাই সেৱকীয়া কার্য্য, আৰু যিহোৱার গৃহর সেৱ-কীয়া কার্য্যর আটাই পাত্র; [১৪] সোণর পাত্রবোরর নিমিত্তে, অর্থাৎ বিশেষ বিশেষ সেৱকীয়া কার্য্যর আটাই পাত্রর নিমিত্তে সোণর পরি-মাণ; রূপর পাত্রবোরর নিমিত্তে, অর্থাৎ বিশেষ বিশেষ সেৱকীয়া কার্য্যর আটাই পাত্রর নিমিত্তে রূপর পরিমাণ; [১৫] সোণর দীপাধারবোরর আৰু তার প্রদীপবোরর নিমিত্তে, অর্থাৎ প্রত্যেক দীপাধার আৰু তার প্রদীপবোরর অর্থে সোণর পরিমাণ; আৰু রূপর দীপাধারবোরর নিমিত্তে, অর্থাৎ প্রত্যেক দীপাধার আৰু তার প্রদীপবোরর কার্য্য অনুসারে রূপর পরিমাণ; [১৬] দর্শন-পিঠার মেজবোরর প্রত্যেক মেজর সোণর পরিমাণ, আৰু রূপর মেজবোরর নিমিত্তে রূপর পরিমাণ; [১৭] ত্রিশূল, তেজ ছটিওৱা পাত্র, চামুচ, আৰু শুদ্ধ সোণর বাটিবোরর মাজর প্রত্যেক বাটির সোণর পরিমাণ, আৰু রূপর বাটিবোরর মাজর প্রত্যেক বাটির রূপর পরি-মাণ; [১৮] ধূপবেদির নিমিত্তে নির্ম্মল সোণর পরিমাণ; আৰু বাহনর, অর্থাৎ ডেউকা মেলি যিহোৱার নিয়ম-চন্দুক ঢাকোঁতা করূব দুটার নমুনার নিমিত্তে সোণর পরিমাণ। [১৯] দায়ুদে

কলে, এই সকলোকে, এই নমুনার সকলো কার্য্যর কথা যিহোৱাই নিজ হাতেরে লিখি মোক বুজালে। [20] পাছে দায়ূদে আপোন পুত্র চলোমনক কলে, তুমি বলৱান হোৱা, সাহ করা, আরু কার্য্য করা ; ভয় নকরিবা আরু নিরাশ নহবা ; কিয়নো ঈশ্বর যিহোৱাই, মোর ঈশ্বরেই তোমার সঙ্গত আছে ; যিহোৱার গৃহ-সম্বন্ধীয় সকলো কার্য্য সমাপ্ত নোহোৱালৈকে তেওঁ তোমাক নেরিব, ত্যাগ নকরিব [21] আরু দেখা, ঈশ্বরর গৃহর সকলো সেৱকীয় কার্য্যর নিমিত্তে পুরোহিত আরু লেবীয়াবিলাকর পালবোর আছে, আরু সকলো কার্য্যর অর্থে জ্ঞান থকা আরু ইচ্ছা থকা লোকবিলাক সকলো কার্য্য করিবলৈ তোমার সহায় হব, আরু অধ্যক্ষবিলাক ও সকলো প্রজা তোমার আটাই বাক্য পালন করিবলৈ যুগুত আছে।

২৯ পাছে দায়ূদ রজাই গোটেই সমাজক কলে, ঈশ্বরে মোর পুত্র চলোমনকহে মনোনীত করিছে ; সি অলপ বয়সীয়া আরু কোমল ; আরু এই কার্য্য অতি গুরুতর, কিয়নো এই অট্টালিকা মানুহর নিমিত্তে নহয়, কিন্তু ঈশ্বর যিহোৱার নিমিত্তে হব। [2] আরু ময় নিজর সকলো শক্তিরে মোর ঈশ্বরর গৃহর নিমিত্তে আয়োজন করিলোঁ, অর্থাৎ সোণর বস্তুর নিমিত্তে সোণ, রূপর বস্তুর নিমিত্তে রূপ পিত্তলর বস্তুর নিমিত্তে পিত্তল, লোহার বস্তুর নিমিত্তে লোহা, কাঠর বস্তুর নিমিত্তে কাঠ, গোমেদক মণি, খুৱাবর নিমিত্তে পাথর, তেজস্বী পাথর, নানা বরণীয়া পাথর, সকলো বিধর বহুমূল্য মণি, আরু মর্ম্মর শিল অধিকৈকৈ যুগুতাই থৈছোঁ। [3] আরু সেই পবিত্র গৃহ নিমিত্তে ময় যি যি আয়োজন করিলোঁ, তার বাহিরে মোর নিজর ধন, সোণ, আরু রূপো আছে ; মোর ঈশ্বরর গৃহলৈ হাবিয়াহ থকার কারণে ময় আপোন ঈশ্বরর গৃহর নিমিত্তে তাকো দিলোঁ, [4] অর্থাৎ গৃহবোরর দেৱালত পতা মারিবর নিমিত্তে তিনি হাজার কিক্কর ওফীরর সোণ, আরু সাত হাজার কিক্কর শুদ্ধ রূপ দিলোঁ ; [5] সোণর বস্তুর নিমিত্তে সোণ, রূপর বস্তুর নিমিত্তে রূপ, আরু শিল্প-কর্ম্ম করোঁতা-বিলাকর হাতেরে যি যি করা যাব, তার নিমিত্তেও দিলোঁ। এই হেতুকে আজি ইচ্ছা-মনেরে দান করিবলৈ যিহোৱার উদ্দেশে কোন আগ বাঢ়িব ? [6] পাছে পিতৃ-বংশর অধ্যক্ষ-বিলাক, ইস্রায়েলর ফৈদবিলাকর অধ্যক্ষবিলাক, সহস্রপতিবিলাক, শতপতিবিলাক, আরু রজার কার্য্যাধ্যক্ষবিলাক, এই সকলোরে আপোন ইচ্ছারে দান দিবলৈ আগ বাঢ়িল। [7] আরু সিবিলাকে ঈশ্বরর গৃহর কার্য্যর নিমিত্তে পাঁচ হাজার কিক্কর সোণ, অদর্কোণ নামেরে দহ হাজার সোণর মোহর, দহ হাজার কিক্কর রূপ, ওঠৈর হাজার কিক্কর পিত্তল, আরু এক লাখ কিক্কর লোহা দিলে। [8] আরু যিবিলাকর মণি আছিল, সিবিলাকে গেৰ্চোনীয়া যিহীয়েলর হতুৱাই যিহোৱার গৃহর ভঁরালত তাক দিয়ালে। [9] তাতে সিবিলাকে দান দিয়া দেখি প্রজা-বিলাকে আনন্দ করিলে ; কিয়নো সিবিলাকে সরল মনেরে যিহোৱার উদ্দেশে আপোন ইচ্ছারে দান দিলে ; আরু দায়ূদ রজায়ো মহা-আনন্দ করিলে। [10] এই হেতুকে দায়ূদে গোটেই সমাজর আগতে যিহোৱার ধন্যবাদ করিলে। দায়ূদে কলে, হে আমার পিতৃ ইস্রায়েলর ঈশ্বর যিহোৱা, তুমি যুগে যুগে চিরকাললৈকে ধন্য। [11] হে যিহোৱা, মহত্ত্ব, পরাক্রম, গৌরৱ, জয়, আরু প্রতাপ তোমারেই ; কিয়নো স্বর্গত আরু পৃথিবীত যি যি আছে, সেই সকলোরেই তোমার ; হে যিহোৱা, রাজ্যও তোমারেই আরু তুমি সকলোরে ওপরত মূর-স্বরূপে উন্নত। [12] তোমার পরাই ধন আরু গৌরব হয়, আরু তুমিয়েই সকলোরে ওপরত শাসন করিছা ; তোমার হাততেই বল আরু পরাক্রম আছে, আরু সকলোকে মহত্ত্ব ও শক্তি দিবর অধিকার তোমারেই হাতত আছে। [13] এই হেতুকে হে আমার ঈশ্বর, আমি তোমার ধন্যবাদ করিছোঁ, আরু তোমার গৌরৱান নামর প্রশংসা করিছোঁ। [14] কিন্তু ময় কোন, আরু মোর প্রজাবিলাক বা কোন, যে, আমি এই রূপে আপোন ইচ্ছারে দান দিবলৈ আগ বাঢ়িব পারিছোঁ ? কিয়নো সকলো তোমার পরাহে হয়, তোমার হাতর পরা যি পাইছোঁ, তাকেহে আমি তোমাক দিছোঁ। [15] কিয়নো আমার সকলো

ওপর-পিতৃবিলাকর নিচিনাকৈ আমিও তোমার আগত বিদেশী আৰু প্ৰবাসী; পৃথিবীত আমার আয়ুসর দিন ছাঁস্বরূপ, আৰু একো আশা নাই। [16] হে আমার ঈশ্বর যিহোৱা, তোমার পবিত্র নামর উদ্দেশে তোমার গৃহ নির্ম্মাণ করিবলৈ আমি এই যি বস্তবোর আয়োজন করিলোঁ, এই সকলো তোমার হাতর পরাই হয়, আৰু সকলো তোমারহে। [17] আৰু হে মোর ঈশ্বর, ময় জানো, যে, তুমি হৃদয়রো পরীক্ষা করোঁতা, আৰু সরলতাত সন্তোষ পাওঁতা। ময় হলে মোর মনর সরলতাত্হে আপোন ইচ্ছারে এই সকলো বস্ত দান দিলোঁ; আৰু এতিয়া এই ঠাইত গোট খোৱা তোমার প্ৰজাবিলাকেও আপোন ইচ্ছারে তোমার উদ্দেশে দান দিয়া দেখি ময় আনন্দ করিলোঁ। [18] হে আমার ওপর-পিতৃ অব্রাহামর, ইচ্‌হাকর, আৰু ইস্রায়েলর ঈশ্বর যিহোৱা, তুমি আপোন প্ৰজাবিলাকর মনত এই প্রকার কল্পনা আৰু ভাব সদায় করি রাখা, আৰু তোমালৈ সিবিলাকর মন যুগুত করা; [19] আৰু তোমার আজ্ঞা, সাক্ষ্য, আৰু বিধিবোর পালন করিবলৈ, আৰু এই সকলো মতে কার্য্য করিবলৈ, আৰু ময় যি অট্টালিকার নিমিত্তে আয়োজন করি থৈছোঁ, তাক নির্ম্মাণ করিবলৈ মোর পুত্র চলোমনক সিদ্ধ মন দিয়া। [20] পাছে দায়ূদে গোটেই সমাজক কলে, এতিয়া তোমালোকে আপোনাবিলাকর ঈশ্বর যিহোৱার ধন্যবাদ করা। তেতিয়া গোটেই সমাজে আপোনাবিলাকর ওপর-পিতৃবিলাকর ঈশ্বর যিহোৱার ধন্যবাদ করিলে, আৰু মূর দোঁৱাই যিহোৱা আৰু রজার আগত প্রণিপাত করিলে। [21] আৰু তার পাছদিনা সিবিলাকে যিহোৱার উদ্দেশে বলিদান করিলে, আৰু যিহোৱার উদ্দেশে হোমবলি উৎসর্গ করিলে, অর্থাৎ এক হাজার ভতরা, এক হাজার মটা মের, আৰু এক হাজার মের পোৱালি, আৰু এই সকলোরে পেয় নৈবেদ্য, আৰু গোটেই ইস্রায়েলর অর্থে অনেক মঙ্গলার্থক বলি উৎসর্গ করিলে; [22] আৰু সেই দিনা অতি আনন্দেরে যিহোৱার সাক্ষাতে ভোজন্-পান করিলে। আৰু সিবিলাকে দায়ূদর পুত্র চলোমনক দ্বিতীয়বার রজা পাতিলে; আৰু অধিপতি হবলৈ তেওঁক, আৰু পুরোহিত হবলৈ চাদোকক যিহোৱার উদ্দেশে অভিষেক করিলে। [23] তাতে চলোমন আপোন পিতৃ দায়ূদর পদত রজা হৈ যিহোৱার সিংহাসনত বহিল, আৰু কৃতকার্য্য হল, আৰু গোটেই ইস্রায়েলে তেওঁর আজ্ঞা মানিলে। [24] আটাই অধ্যক্ষবিলাক, বীরবিলাক, আৰু দায়ূদ রজার আটাই পুত্রবিলাক চলোমন রজার অধীন হল। [25] যিহোৱাই গোটেই ইস্রায়েলর দৃষ্টিত চলোমনক অতিশয় মহান করিলে; যিহোৱাই তেওঁক যি রূপ রাজশ্রী দিলে, তেনে শ্রী তেওঁর পূর্ব্বে ইস্রায়েলর কোনো রজার হোৱা নাছিল।

[26] যিচয়র পুত্র দায়ূদে গোটেই ইস্রায়েলর ওপরত রাজত্ব করিছিল। [27] তেওঁ ইস্রায়েলর ওপরত চল্লিশ বছর রাজত্ব করিছিল; সাত বছর হিব্রোণত করিছিল, আৰু তেত্রিশ বছর যিরূচালেমত করিছিল। [28] পাছে তেওঁ আয়ুস, ধন, গৌরবেরে পরিপূর্ণ হৈ শুভ বৃদ্ধ কালত মরিল, আৰু তেওঁর পুত্র চলোমন তেওঁর পদত রজা হল। [29] আৰু দেখা, চমূৱেল দর্শকর ইতিহাস-পুস্তকখনিত, নাথন ভাববাদীর ইতিহাস-পুস্তকখনিত, আৰু গাদ দর্শকর ইতিহাস-পুস্তকখনিত, দায়ূদ রজার আদ্যোপান্ত বিবরণ, তেওঁর রাজত্ব আৰু পরাক্রমর বিবরণ, [30] আৰু তেওঁলৈ, ইস্রায়েললৈ, আৰু আন আন দেশর সকলো রাজ্যবিলাকলৈ যি যি ঘটিছিল, সেই সকলোরে বিবরণ লিখা আছে।

———:-০-:———

# বংশাৱলিৰ দ্বিতীয় পুস্তক।

চলোমনে গিবিয়োনত বলিদান কৰা।
তেওঁৰ ঐশ্বৰ্য্য।

**১** দায়ূদৰ পুত্ৰ চলোমনে আপোন ৰাজ্যত আপোনাকে বলৱান কৰিলে; আৰু তেওঁৰ ঈশ্বৰ যিহোৱাই তেওঁৰ লগত থাকি, তেওঁক অতিশয় মহান কৰিলে। [২] পাছে চলোমনে গোটেই ইস্রায়েলক, অৰ্থাৎ সহস্ৰপতিবিলাকক, শতপতিবিলাকক, বিচাৰকৰ্ত্তাবিলাকক, আৰু গোটেই ইস্রায়েলৰ মাজত থকা প্ৰত্যেক মুখ্য লোকক, সিবিলাকৰ পিতৃ-বংশৰ মূল মানুহ-বিলাকক কথা কলে। [৩] পাছে চলোমন আৰু তেওঁৰ লগত গোটেই সমাজ গিবিয়োনৰ ওখ ঠাইখনলৈ গল; কিয়নো, যিহোৱাৰ দাস মোচিয়ে অৰণ্যত নিৰ্ম্মাণ কৰা ঈশ্বৰীয় সাক্ষাৎ কৰা তাম্বু সেই ঠাইত আছিল। [৪] কিন্তু ঈশ্বৰীয় চন্দুক হলে, দায়ূদে তাৰ নিমিত্তে যি ঠাই যুগুত কৰিছিল, কিৰিয়ৎ-যিয়াৰীমৰ পৰা তেওঁ সেই ঠাইলৈ আনিছিল; কিয়নো তেওঁ তাৰ কাৰণে যিৰূচালেমত এটা তাম্বু তৰিছিল। [৫] আৰু হুৰৰ নাতিয়েক উৰীৰ পুত্ৰ বচলেলে নিৰ্ম্মাণ কৰা পিত্তলৰ যজ্ঞবেদিটো গিবিয়োনত যিহোৱাৰ আবাসৰ আগত আছিল; তাৰ ওচৰলৈকে চলোমন আৰু সমাজে সঘনে কথা সুধিবলৈ যায়। [৬] পাছে চলোমনে তালৈ উঠি গৈ, সাক্ষাৎ কৰা তাম্বুৰ ওচৰত থকা পিত্তলৰ যজ্ঞবেদিটোৰ ওপৰত যিহোৱাৰ আগত এক হাজাৰ হোম-বলি উৎসৰ্গ কৰিলে।

[৭] সেই ৰাতিয়েই ঈশ্বৰে চলোমনক দৰ্শন দি কলে, মই তোমাক কি বৰ দিম, তাক খোজা। [৮] তাতে চলোমনে ঈশ্বৰক কলে, তুমি মোৰ পিতৃ দায়ূদক মহা-অনুগ্ৰহ কৰিলা, বিশেষকৈ তেওঁৰ পদত মোক ৰজা পাতিলা। [৯] এতিয়া হে ঈশ্বৰ যিহোৱা, তুমি মোৰ পিতৃ দায়ূদৰ আগত কোৱা বাক্য সিদ্ধ হওক; কিয়নো তুমি মাটিৰ ধূলিৰ নিচিনা অসংখ্য লোকসমূহৰ ওপৰত মোক ৰজা পাতিলা; [১০] এতিয়া মই যেন এই লোকবিলাকৰ আগত বাহিৰলৈ ভিতৰলৈ অহা-যোৱা কৰিব পাৰোঁ, এই কাৰণে তুমি মোক বুদ্ধি আৰু জ্ঞান দিয়া; কিয়নো তোমাৰ এই মহাজাতিৰ বিচাৰ কৰা কাৰ সাধ্য? [১১] তেতিয়া ঈশ্বৰে চলোমনক কলে, এয়ে তোমাৰ মনত হৈছে, তুমি ঐশ্বৰ্য্য, কি সম্পত্তি, কি মৰ্য্যাদা, কি শত্ৰুবোৰৰ প্ৰাণ খুখু-জিলা, আৰু দীৰ্ঘায়ুও নুখুজিলা; কিন্তু মই যাৰ ওপৰত তোমাক ৰজা পাতিলোঁ, মোৰ সেই প্ৰজাবিলাকৰ বিচাৰ কৰিবৰ অৰ্থে বুদ্ধি আৰু জ্ঞান খুজিলা। [১২] এই হেতুকে সেই বুদ্ধি আৰু জ্ঞান তোমাক দিয়া হৈছে; আৰু তোমাৰ পূৰ্ব্বে কোনো ৰজাৰ যেনে ধন, ঐশ্বৰ্য্য, আৰু সম্মান হোৱা নাই, আৰু তোমাৰ পাছেও নহব, তেনে ধন, ঐশ্বৰ্য্য, আৰু সম্মানো মই তোমাক দিম। [১৩] পাছে চলোমনে গিবিয়োনৰ ওখ ঠাইৰ পৰা, সাক্ষাৎ কৰা তাম্বুৰ আগৰ পৰা যিৰূচালেমলৈ আহিল, আৰু ইস্রায়েলৰ ওপৰত ৰাজত্ব কৰি থাকিল।

[১৪] পাছে চলোমনে ৰথ আৰু অশ্বাৰোহী লোকবিলাক গোটালে; তেওঁৰ এক হাজাৰ চাৰি শ ৰথ, আৰু বাৰ হাজাৰ অশ্বাৰোহী আছিল; তেওঁ সিঁহতক নানা ৰথ-নগৰত, আৰু ৰজাৰ লগত যিৰূচালেমতো ৰাখিলে। [১৫] ৰজাই যিৰূচালেমত ৰূপ আৰু সোণক শিলৰ নিচিনা, আৰু এৰচ কাঠক নিম্নভূমিত থকা ডিমৰু গছৰ নিচিনা অধিক কৰিলে। [১৬] আৰু চলোমনৰ যি ঘোঁৰাবোৰ আছিল, সেই ঘোঁৰা-বোৰ মিচৰৰ পৰা অনা; আৰু সেই ঘোঁৰা-বোৰ ৰজাঘৰীয়া বেপাৰীহঁতে মূল্য দি জাকে

জাকে আনে। ১৭ আৰু মিচৰৰ পৰা কিনি অনা এখন এখন ৰথৰ দাম ছশ চেকল ৰূপ, আৰু এটা এটা ঘোঁৰাৰ দাম এশ পঞ্চাশ চেকল ৰূপ। এই দৰে সিহঁতৰ দ্বাৰায় হিত্তীয়া আৰু অৰামীয়া সকলো ৰজাৰ নিমিত্তেও সেইবোৰ অনা হয়।

মন্দিৰ-নিৰ্ম্মাণৰ আয়োজন।

২ পাছে চলোমনে যিহোৱাৰ নামৰ উদ্দেশে এটা গৃহ আৰু আপোনাৰ নিমিত্তে এটা ৰাজ-গৃহ নিৰ্ম্মাণ কৰিবলৈ থিৰ কৰিলে। ২ আৰু ভাৰ বৱৰ অৰ্থে তেওঁ সত্তৰ হাজাৰ লোক, আৰু পৰ্ব্বতত কাঠ কাটিবলৈ আশী হাজাৰ লোক লগালে; আৰু সিহঁতৰ কাম চোৱাঁল তিনি হাজাৰ ছশ লোক নিযুক্ত কৰিলে। ৩ পাছে চলোমনে তুৰৰ হূৰম ৰজাৰ ওচৰলৈ কৈ পঠালে, বোলে, আপুনি মোৰ পিতৃ দায়ূদলৈ যি ৰূপ ব্যৱহাৰ কৰিছিল, বাস কৰিবৰ নিমিত্তে এটা গৃহ নিৰ্ম্মাণ কৰিবলৈ যি ৰূপে এৰচ কাঠ পঠাইছিল, সেই ৰূপে মোলৈকো কৰোক। ৪ দেখোক, ময় আপোন ঈশ্বৰ যিহোৱাৰ নামৰ উদ্দেশে এটা গৃহ নিৰ্ম্মাণ কৰিব খুজিছোঁ; তেওঁৰ আগত সুগন্ধি ধূপ জ্বলাবলৈ, নিত্য দৰ্শন-পিঠা দিবলৈ, আৰু প্ৰাতিৰাতিপুৱা ও সন্ধ্যা কালত, বিশ্ৰাম-বাৰত, ন জোনত, আৰু আমাৰ ঈশ্বৰ যিহোৱাৰ সকলো উৎসৱত হোম-বলি দিবলৈ তাক পবিত্ৰ কৰিম; সেয়ে ইস্ৰায়েলে সদায় কৰিব লগা কাৰ্য্য। ৫ আৰু ময় যি গৃহ নিৰ্ম্মাণ কৰিব খুজিছোঁ, সেয়ে মহৎ হব; কিয়নো আমাৰ ঈশ্বৰ সকলো দেৱতা-বোৰতকৈ মহান। ৬ কিন্তু, যি স্থলত স্বৰ্গই আৰু স্বৰ্গৰো স্বৰ্গই তেওঁক ধাৰণ কৰিব নোৱাৰে, এনে স্থলত, কোনে তেওঁৰ নিমিত্তে এটা গৃহ নিৰ্ম্মাণ কৰিব পাৰে? কেৱল তেওঁৰ আগত ধূপ জ্বলাবৰ উদ্দেশ্যৰ বাহিৰে, ময় কোন, যে, আন উদ্দেশ্যেৰে তেওঁৰ নিমিত্তে গৃহ নিৰ্ম্মাণ কৰিব পাৰোঁ? ৭ এই হেতুকে, মোৰ পিতৃ দায়ূদে নিযুক্ত কৰা যি জ্ঞানী মানুহ যিহুদাত আৰু যিৰূচালেমত মোৰ লগত আছে, সিবিলাকৰ লগত কাম কৰিবলৈ সোণ, ৰূপ, পিত্তল, লোহা, আৰু বেঙেনা বৰণীয়া, সেন্দুৰ বৰণীয়া, ও নীল বৰণীয়া সূতাৰে বন কৰাত, আৰু নানাবিধ মণি কটাত নিপুণ এজন মানুহ পঠাই দিওক। ৮ আৰু লিবানোনৰ পৰা এৰচ, দেবদাৰু, আৰু অল্‌গূম কাঠ মোৰ ইয়ালৈ পঠাই দিওক; কিয়নো ময় জানো, যে, আপোনাৰ দাসবিলাক লিবানোনত কাঠ কটাত নিপুণ; ৯ আৰু দেখোক, মোৰ অৰ্থে অনেক কাঠ যুগুত কৰিবলৈ মোৰ দাস-বিলাকো আপোনাৰ দাসবিলাকৰ লগত থাকিব; কিয়নো ময় যি গৃহ নিৰ্ম্মাণ কৰিব খুজিছোঁ, সেয়ে আশ্চৰিতৰূপে মহৎ হব। ১০ আৰু দেখোক, ময় আপোনাৰ দাস কাঠ-কটীয়াবিলাকক বিশ হাজাৰ কোৰ মৰা ঘেঁহু ধান, বিশ হাজাৰ কোৰ যৱ, বিশ হাজাৰ বৎ দ্ৰাক্ষাৰস, আৰু বিশ হাজাৰ বৎ তেল দিম। ১১ পাছে তুৰৰ ৰজা হূৰমে চলোমনলৈ এই উত্তৰ লিখি পঠালে, যিহোৱাই আপোন প্ৰজাবিলাকক প্ৰেম কৰে, এই কাৰণে তেওঁ সিবিলাকৰ ওপৰত আপোনাক ৰজা পাতিলে। ১২ হূৰমে আৰু কলে, আকাশ-মণ্ডল আৰু পৃথিবীৰ সৃষ্টিকৰ্ত্তা ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা ধন্য; যিহোৱাৰ নিমিত্তে এটা গৃহ আৰু নিজৰ নিমিত্তে এটা ৰাজগৃহ যি জনে সাজিব, এনেকুৱা পৰিণামদৰ্শী আৰু বুদ্ধিমান এজন জ্ঞানী পুত্ৰ তেওঁ দায়ূদ ৰজাক দিলে। ১৩ আৰু এতিয়া ময় জ্ঞানী আৰু বুদ্ধিমান প্ৰধান শিল্পকৰ হূৰমক পঠাইছোঁ। ১৪ সি দান বংশৰ এজনী তিৰুতাৰ পুতেক; তাৰ বাপেক তুৰীয়া মানুহ; সি সোণ, ৰূপ, পিত্তল, লোহা, শিল, কাঠ, আৰু বেঙেনা বৰণীয়া ও নীল বৰণীয়া সূতা, মিহি শণ সূতা, আৰু সেন্দুৰ বৰণীয়া সূতাৰ কাম কৰাত নিপুণ; আৰু সকলো বিধৰ মণি কটাত, আৰু সকলো কল্পনাৰ কাৰ্য্যত সি নিপুণ। তাক আপোনাৰ জ্ঞানী লোকবিলাকৰ লগত, আৰু মোৰ প্ৰভু আপোনাৰ পিতৃ দায়ূদৰ জ্ঞানী লোকবিলাকৰ লগত ঠাই দিয়া হওক। ১৫ এই হেতুকে মোৰ প্ৰভুৱে যি ঘেঁহু, যৱ, তেল, আৰু দ্ৰাক্ষাৰসৰ কথা কৈছে, তাক তেওঁ আপোনাৰ এই দাসবিলাকৰ ওচৰলৈ পঠাই দিওক। ১৬ আৰু যিমান কাঠ আপোনাৰ প্ৰয়োজন,

সিমান কাঠ আমি লিবানোনত কাটিম, আৰু ভুৰ বান্ধি সমুদ্ৰ-পথেদি যাফোত আপোনাৰ গুৰিত পহুঁছাই দিম; পাছে আপুনি তাক যিৰূচালেমলৈ লৈ যাব। [17]আৰু চলোমনে আপোন পিতৃ দায়ূদে কৰা গণনাৰ পাছে, ইস্ৰায়েল দেশত প্ৰবাস কৰা বিদেশী লোক-বিলাকক গণনা কৰালে; তাতে এক লাখ তেপন্ন হাজাৰ ছশ লোক লেখত ওলাল। [18]তেওঁ সেইবিলাকৰ মাজৰ, ভাৰ ববলৈ সত্তৰ হাজাৰ, আৰু পৰ্ব্বতত কাঠ কাটিবলৈ আশী হাজাৰ লোক লগালে; আৰু লোকবিলাকক কাম কৰাবলৈ তিনি হাজাৰ ছশ লোক নিযুক্ত কৰিলে।

মন্দিৰ আৰু তাৰ স্তম্ভ আদি নিৰ্ম্মাণ কৰা।

৩ পাছে, যিহোৱাই যি ঠাইত চলোমনৰ পিতৃ দায়ূদক দৰ্শন দিছিল; দায়ূদে নিৰূপণ কৰি নিজে যুগুত কৰা সেই ঠাইত, যিৰূচালেমৰ মোৰিয়া পৰ্ব্বতত যিবূচীয়া অৰ্ণনৰ মৰণা মৰা খলাত তেওঁ যিহোৱাৰ গৃহ নিৰ্ম্মাণ কৰিবলৈ আৰম্ভ কৰিলে। [2]তেওঁৰ ৰাজত্বৰ চতুৰ্থ বছৰৰ দ্বিতীয় মাহৰ দ্বিতীয় দিনা তেওঁ নিৰ্ম্মাণ কৰিবলৈ আৰম্ভ কৰিলে। [3]চলোমনে ঈশ্বৰৰ গৃহ নিৰ্ম্মাণ কৰিবলৈ যি ভিত্তিমূল স্থাপন কৰিলে, তাৰ জোখ এই; পূৰ্ব্বকালৰ হাতৰ জোখেৰে তাৰ দীঘ ষাইঠ হাত, আৰু বহল বিশ হাত। [4]আৰু গৃহৰ সম্মুখৰ বাৰাণ্ডা গৃহৰ বহল অনুসাৰে বিশ হাত দীঘল, আৰু এশ বিশ হাত ওখ; তেওঁ তাৰ ভিতৰে শুদ্ধ সোণৰ পতা মাৰিলে। [5]তেওঁ বড় গৃহৰ দেৱালত দেবদাৰু কাঠ লগালে; আৰু তেওঁ তাত উত্তম সোণৰ পতা মাৰিলে, আৰু তাত খাজুৰ গছ আৰু শিকলিৰ আকৃতি কৰি দিলে। [6]আৰু তেওঁ শোভাৰ নিমিত্তে গৃহটী মূল্যবান পাথৰেৰে বিভূষিত কৰিলে; সেই সোণ পৰ্ব্বয়িমৰ সোণ আছিল। [7]তেওঁ গৃহটীত, অৰ্থাৎ চতিত, দুৱাৰ-ডলিত, দেৱালত, আৰু দুৱাৰত সোণৰ পতা মাৰিলে, আৰু দেৱালত কৰূবৰ আকৃতি কাটিলে। [8]আৰু তেওঁ অতি পবিত্ৰ গৃহ নিৰ্ম্মাণ কৰিলে; তাৰ দীঘ গৃহৰ বহলৰ দৰে বিশ হাত, আৰু বহল বিশ হাত; তেওঁ ছশ কিক্কৰ উত্তম সোণ তাত লগালে। [9]গজালৰ সোণৰ জোখ পঞ্চাশ চেকল। তেওঁ ওপৰৰ কোঁঠালীবোৰতো সোণ লগালে। [10]সেই অতি পবিত্ৰ গৃহত, তেওঁ খনিকৰৰ কাৰ্য্যেৰে দুটা কৰূব নিৰ্ম্মাণ কৰিলে, আৰু তাত সোণৰ পতা মাৰিলে। [11]সেই কৰূব দুটাৰ ডেউকা বিশ হাত দীঘল; এটাৰ এখন ডেউকা পাঁচ হাত দীঘল, সেয়ে গৃহৰ দেৱাল ঢুকি পালে; আনখনো পাঁচ হাত দীঘল, সেয়ে দ্বিতীয় কৰূবৰ ডেউকা ঢুকি পালে। [12]আন কৰূবৰো এখন ডেউকা পাঁচ হাত দীঘল, সেয়ে গৃহৰ দেৱাল ঢুকি পালে; আৰু আনখনো পাঁচ হাত দীঘল, সেয়ে আনটো কৰূবৰ ডেউকাত লাগিল। [13]সেই কৰূব দুটাই ডেউকা মেলি বিশ হাত ঠাই জুৰিলে; সেই দুটাই ভৰিত ভৰ দি থিয় হৈ আছিল, আৰু সেইবোৰৰ মুখ গৃহৰ ফাললৈ আছিল। [14]তেওঁ নীল বৰণীয়া, ধূঁৰা বৰণীয়া, আৰু সেন্দুৰ বৰণীয়া সূতা, ও মিহি শণ সূতাৰে প্ৰভেদক বস্ত্ৰখন যুগুত কৰিলে; আৰু তাত কৰূবৰ আকৃতি তুলি দিলে। [15]আৰু তেওঁ গৃহৰ সম্মুখত পঁয়ত্ৰিশ হাত ওখ দুটা স্তম্ভ নিৰ্ম্মাণ কৰিলে; এটা এটা স্তম্ভৰ মূৰৰ মাথ্লা পাঁচ হাত পাঁচ হাত। [16]আৰু তেওঁ শিকলি বনাই চাৰিওফালে স্তম্ভৰ মূৰত লগালে, আৰু এশ ডালিম বনাই সেই শিকলিত লগাই দিলে। [17]সেই দুটা স্তম্ভ তেওঁ মন্দিৰৰ আগত সোঁফালে এটা আৰু বাঁওফালে এটা স্থাপন কৰিলে; সোঁফালৰটোৰ নাম যাখীন, আৰু বাঁওফালৰটোৰ নাম বোৱজ ৰাখিলে।

৪ তাত বাজে তেওঁ পিত্তলৰ এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে; সেয়ে দীঘে বিশ হাত, বহলে বিশ হাত, আৰু ওখই দহ হাত। [2]আৰু তেওঁ সমুদ্ৰ-পাত্ৰটো সাঁচত ঢালিলে; সেয়ে ঘূৰণীয়া; এক কাণৰ পৰা আন কাণলৈ দহ হাত, আৰু ওখই পাঁচ হাত; আৰু তাক মেৰাবলৈ ত্ৰিশ হতীয়া সূতা লাগে; [3]চাৰিওফালে কাণৰ তলে প্ৰত্যেক হাতৰ জোখৰ ভিতৰত, দহোটা দহোটাকৈ সমুদ্ৰ-পাত্ৰটো মেৰাই গৰুৰ আকৃতি আছিল; আৰু পাত্ৰটো ঢলা সময়ত সেই গৰুৰ আকৃতিবোৰ দুশাৰীকৈ সাঁচত ঢলা

গৈছিল। [৪] আৰু সেই সমুদ্ৰ-পাত্ৰটো বাৰটা গৰুৰ ওপৰত ৰখা হল; সেইবোৰৰ তিনিটাই উত্তৰলৈ, তিনিটাই পশ্চিমলৈ, তিনিটাই দক্ষিণলৈ, আৰু তিনিটাই পুবলৈ মুখ কৰিছিল, আৰু সেই সমুদ্ৰ-পাত্ৰটো সেইবোৰৰ ওপৰত বহুৱা হল; আৰু সেইবোৰৰ পাছফাল ভিতৰলৈ আছিল। [৫] সেই পাত্ৰ চাৰি আঙুল ডাঠ; আৰু তাৰ কাণ বাটিৰ কাণ ও কনাৰি ফুলৰ নিচিনাকৈ কৰা হল; তাত অনেক বৎ ধৰে, তিনি হাজাৰ বৎ ধৰে। [৬] আৰু তেওঁ দহোটা প্ৰক্ষালন-পাত্ৰ সাজি, তাৰ পাঁচোটা সোঁফালে আৰু পাঁচোটা বাঁওফালে ধোৱাপখলা কৰিবৰ নিমিত্তে থলে; সেইবোৰত সিবিলাকে উৎসৰ্গ কৰিব লগীয়া হোম-বলিৰ মঙহ ধোৱে; কিন্তু সমুদ্ৰ-পাত্ৰটো হলে, পুৰোহিতবিলাকে গা ধুবৰ নিমিত্তে হল। [৭] আৰু তেওঁ বিধি-মতে সোণৰ দীপাধাৰ দহোটা সাজি, তাৰ পাঁচোটা সোঁফালে আৰু পাঁচোটা বাঁওফালে মন্দিৰত স্থাপন কৰিলে। [৮] আৰু তেওঁ দহখন মেজো সাজি, তাৰ পাঁচখন সোঁফালে আৰু পাঁচখন বাঁওফালে মন্দিৰৰ ভিতৰত ৰাখিলে; আৰু পেয় দ্ৰব্য ঢালিবৰ নিমিত্তে সোণৰ এশ বাটি সাজিলে। [৯] তাত বাজে তেওঁ পুৰোহিতবিলাকৰ চোতাল, বড় চোতাল, আৰু চোতালৰ দুৱাৰ যুগুত কৰিলে, আৰু সেই দুৱাৰবোৰত পিত্তলৰ পতা মাৰিলে। [১০] আৰু তেওঁ সমুদ্ৰ-পাত্ৰটো গৃহৰ সোঁকোষে পুবদিশে দক্ষিণফালে স্থাপন কৰিলে। [১১] আৰু ছাই পেলোৱা পাত্ৰ, ছাই উলিওৱা হেঁতা, আৰু তেজ ছটিওৱা পাত্ৰ হূৰমে নিৰ্ম্মাণ কৰিলে। এই ৰূপে হূৰমে চলোমন ৰজাৰ নিমিত্তে ঈশ্বৰৰ গৃহত কৰা কাৰ্য্যবোৰ কৰি এঁটালে। [১২] তেওঁ সেই স্তম্ভ দুটা, সেই স্তম্ভৰ মূৰৰ ঘূৰণীয়া ভাগ দুটা আৰু মাথলা দুটা, সেই স্তম্ভৰ মূৰৰ মাথলাৰ ঘূৰণীয়া ভাগ দুটা ঢাকিবৰ অৰ্থে দুখন জালৰ আকৃতিৰ বস্তু, [১৩] আৰু সেই দুখন জালৰ আকৃতিৰ বস্তুৰ নিমিত্তে চাৰি শ ডালিম, অৰ্থাৎ স্তম্ভ দুটাৰ ওপৰৰ মাথলাৰ ঘূৰণীয়া ভাগ দুটা ঢাকিবৰ অৰ্থে প্ৰত্যেক জালৰ আকৃতিৰ বস্তুৰ নিমিত্তে দুশাৰী ডালিম সাজিলে; [১৪] তেওঁ আধাৰবোৰ, সেই আধাৰবোৰৰ ওপৰত ৰাখিবলৈ প্ৰক্ষালন-পাত্ৰবোৰ, [১৫] সমুদ্ৰ-পাত্ৰটো, আৰু তাৰ তলৰ গৰু বাৰটা সাজিলে। [১৬] ছাই পেলোৱা পাত্ৰ, ছাই উলিওৱা হেঁতা, ত্ৰিশূল আদি সকলো সঁজুলি, তেওঁৰ প্ৰধান শিল্পকৰ হূৰমে চলোমন ৰজাৰ কাৰণে যিহোৱাৰ গৃহৰ নিমিত্তে চকচকীয়া পিত্তলেৰে সাজিলে। [১৭] ৰজাই যৰ্দ্দনৰ সমথলত চুক্কোৎ আৰু চৰেদাৰ মাজত থকা আলতীয়া মাটিত তাক ঢলালে। [১৮] আৰু চলোমনে যিবোৰ পাত্ৰ সাজিলে, সেই আটাইবোৰ অতি সৰহ; কিয়নো পিত্তলৰ ওজন কিমান, তাক জনা নগল। [১৯] আৰু চলোমনে ঈশ্বৰৰ গৃহৰ সকলো বস্তু নিৰ্ম্মাণ কৰালে, অৰ্থাৎ সোণৰ বেদি, দৰ্শন-পিঠা থবৰ নিমিত্তে মেজ কেইখন, [২০] আৰু অন্তঃস্থানৰ সন্মুখত বিধিমতে জ্বলাবৰ নিমিত্তে প্ৰদীপে সৈতে নিৰ্ম্মল সোণৰ দীপাধাৰ-বোৰ, [২১] সোণৰ ফুল, প্ৰদীপ, শলাকাণি-কটা, (সকলোবেই অতি শুদ্ধ সোণৰ;) [২২] নিৰ্ম্মল সোণৰ কটাৰী, তেজ ছটিওৱা পাত্ৰ, পিয়লা, আৰু এঙ্কেৰুৱা-ধৰা; আৰু গৃহৰ প্ৰবেশস্থানৰ বিষয়ে কবলৈ গলে, অতি পবিত্ৰস্থানৰ ভিতৰৰ দুৱাৰ, আৰু গৃহৰ অৰ্থাৎ মন্দিৰৰ দুৱাৰ সোণৰ আছিল।

৫ এই ৰূপে, যিহোৱাৰ গৃহৰ নিমিত্তে চলোমনে কৰা সকলো কাৰ্য্য সমাপ্ত হল। পাছে চলোমনে, আপোন পিতৃ দায়ুদে উৎসৰ্গ কৰি দিয়া ৰূপ, সোণ, আৰু পাত্ৰ আদি আটাই বস্তু অনাই ঈশ্বৰৰ গৃহৰ ভঁৰালত থলে।

চলোমনে মন্দিৰ প্ৰতিষ্ঠা কৰা।

[২] পাছে চলোমনে দায়ূদৰ নগৰ অৰ্থাৎ চিয়োনৰ পৰা যিহোৱাৰ নিয়ম-চন্দুক আনিবৰ নিমিত্তে, ইস্ৰায়েলৰ বৃদ্ধবিলাকক আৰু ফৈদৰ মূল মানুহবিলাকক, ইস্ৰায়েলৰ সন্তানবিলাকৰ পিতৃ-বংশৰ অধ্যক্ষবিলাকক যিৰূচালেমত গোট খুৱালে। [৩] তাতে সপ্তম মাহত উৎসৱৰ সময়ত ইস্ৰায়েলৰ সকলো লোকে ৰজাৰ ওচৰলৈ আহি গোট খালে। [৪] পাছে ইস্ৰায়েলৰ সকলো বৃদ্ধ লোক আহিলত, লেবীয়াবিলাকে চন্দুক তুলি ললে। [৫] আৰু সিবিলাকে চন্দুক, সাক্ষাৎ কৰা তাম্বু, আৰু তাম্বুৰ ভিতৰত থকা সকলো

পবিত্র বস্ত আনিলে ; সেই সকলোকে লেবীয়া পুরোহিতবিলাকে আনিলে। [৬]তাতে চলোমন রজাই, তেওঁর ওচরত গোট খোৱা ইস্রায়েলর গোটেই মণ্ডলীয়ে সৈতে, চন্দুকর আগত মের গরু আদি বলিদান করি আছিল ; সেয়ে বাহুল্যর কারণে অসংখ্য আরু অগণ্য আছিল। [৭]পাছে পুরোহিতবিলাকে যিহোৱার নিয়ম-চন্দুক গৃহর অন্তঃস্থানলৈ অর্থাৎ মহা-পবিত্রস্থানলৈ লৈ গৈ করূব ছুটার ডেউকার তলত তার নিজ ঠাইত স্থাপন করিলে। [৮]কিয়নো করূব ছুটাই চন্দুকর ঠাইর ওপরত ডেউকা মেলি থাকিছিল, আরু করূব ছুটাই চন্দুক আরু তার কাণমারি ঢাকি ধরিছিল। [৯]সেই ছুডাল কাণমারি ইমান দীঘল, যে, তার মূর অন্তঃস্থানর আগত পবিত্রস্থানর পরা দেখা যায় ; কিন্তু তাক বাহিরর পরা দেখা নেযায় ; সেয়ে আজিলৈকে সেই ঠাইত আছে। [১০]মিচরর পরা ইস্রায়েলর সন্তানবিলাক ওলাই অহা কালত, যিহোৱাই সিবিলাকে সৈতে এটা নিয়ম পতা সময়ত, হোরেব পর্ব্বতত মোচিয়ে চন্দুকর ভিতরত যি ছুখন ফলি রাখিছিল, তার বাহিরে তাত আরু একো নাছিল। [১১]পাছে পুরোহিতবিলাক পবিত্রস্থানর পরা ওলাই আহিলতে, ( কারণ, উপস্থিত হোৱা আটাই পুরোহিতবিলাকে আপোনাবিলাকক পবিত্র করিছিল ; সিবিলাকে আপোনাবিলাকর পাল নেমানিছিল ; [১২]আরু যি লেবীয়াবিলাক গায়ক আছিল, সিবিলাক অর্থাৎ আচফ, হেমন, যিদূথূন, আরু সিবিলাকর পুতেক ও ভাইবিলাক সকলোৱে মিহি শণ সূতার বস্ত্র পিন্ধি, আরু হাতত তাল, নেবল, আরু বীণা লৈ, যজ্ঞবেদির পূবফালে থিয় হৈছিল, আরু এশ বিশ জন পুরোহিতে সিবিলাকর লগত থাকি তূরী বজাইছিল। ) [১৩]তূরীবাদক আরু গায়কবিলাকে যিহোৱার প্রশংসা আরু ধন্যবাদ করোঁতে একেটা ধ্বনি করি, সকলোৱে যেতিয়া এজন মানুহে বজোৱাদি বজালে, আরু "কিয়নো যিহোৱা মঙ্গলময় ; কারণ তেওঁর দয়া সদাকাললৈকে থাকে," এই কথা কৈ যেতিয়া সিবিলাকে তূরী ও তাল আদি বাদ্যেরে সৈতে, মহা-শবদেরে যিহোৱার প্রশংসা করিলে, তেতিয়া গৃহ অর্থাৎ যিহোৱার গৃহ মেঘেরে এনেকৈ পরিপূর্ণ হল, [১৪]যে, তার কারণে পুরোহিতবিলাকে পরিচর্য্যা করিবর অর্থে থিয় হব নোৱরা হল ; কিয়নো ঈশ্বরর গৃহ যিহোৱার প্রতাপেরে পরিপূর্ণ আছিল।

৬ তেতিয়া চলোমনে কলে, যিহোৱাই ঘোর অন্ধকারত বাস করিব খুজিছে ; [২]তথাপিময় তোমার নিমিত্তে এটা বাস করা গৃহ নির্ম্মাণ করিলোঁ, এয়ে যুগে যুগে তোমার বাসস্থান হব, [৩]এই বুলি রজাই মুখ ঘূরাই ইস্রায়েলর গোটেই সমাজক আশীর্ব্বাদ করিলে ; সেই সময়ত গোটেই ইস্রায়েল থিয় হৈ আছিল। [৪]তেওঁ আরু কলে, ইস্রায়েলর ঈশ্বর যিহোৱা ধন্য ; তেওঁ মোর পিতৃ দায়ূদক আপোন মুখে এই কথা কৈছিল, আরু নিজ হাতেরে আপোনার এই বাক্য সিদ্ধও করিছিল, [৫]যে, মোর প্রজা ইস্রায়েলক মিচর দেশর পরা উলিয়াই অনা দিনরে পরা, ময় আপোন নাম রাখিবর অর্থে গৃহ নির্ম্মাণ করিবলৈ ইস্রায়েলর আটাই ফৈদর মাজর কোনো নগর মনোনীত করা নাই ; আরু ইস্রায়েলর ওপরত অধ্যক্ষ হবর নিমিত্তে ময় কাকো মনোনীত করা নাই ; [৬]কিন্তু আপোন নাম রাখিবর অর্থে ময় যিরূচালেমক মনোনীত করিলোঁ, আরু মোর প্রজা ইস্রায়েলর ওপরত অধ্যক্ষ হবর নিমিত্তে দায়ূদক মনোনীত করিলোঁ। [৭]আরু ইস্রায়েলর ঈশ্বর যিহোৱার নামর উদ্দেশে এটা গৃহ নির্ম্মাণ করিবলৈ মোর পিতৃ দায়ূদর মন আছিল। [৮]কিন্তু যিহোৱাই মোর পিতৃ দায়ূদক কলে, মোর নামর উদ্দেশে এটা গৃহ নির্ম্মাণ করিবলৈ তুমি মন করিছা, ভাল করিছা ; [৯]তথাপি তুমি সেই গৃহ নির্ম্মাণ করিবলৈ নেপাবা, কিন্তু তোমার ঔরসত যি পুত্র জন্মিব, তেৱেঁই মোর নামর উদ্দেশে সেই গৃহ নির্ম্মাণ করিব। [১০]এই বাক্য যিহোৱাই কৈছিল, আরু তেওঁ তাক সাফল্যে করিলে ; কিয়নো যিহোৱার প্রতিজ্ঞা অনুসারে ময় আপোন পিতৃ দায়ূদর পদত নিযুক্ত হৈ আরু ইস্রায়েলর সিংহাসনর ওপরত বহি, ইস্রায়েলর ঈশ্বর যিহোৱার নামর উদ্দেশে এই গৃহ নির্ম্মাণ করিলোঁ। [১১]আরু যিহোৱাই ইস্রায়েলর সন্তান-

বিলাকে সৈতে কৰা নিয়মটী থকা যি চন্দুক, তাকো ইয়াৰ ভিতৰত ৰাখিলোঁ।

[১২] পাছে তেওঁ ইস্ৰায়েলৰ গোটেই সমাজৰ সাক্ষাতে যিহোৱাৰ যজ্ঞবেদিৰ আগত থিয় হল, আৰু আপোনাৰ হাত মেলিলে; [১৩] (কিয়নো চলোমনে পাঁচ হাত দীঘল, পাঁচ হাত বহল, আৰু তিনি হাত ওখ এনে এখন পিত্তলৰ মঞ্চ সাজি চোঁতালৰ মাজ ঠাইত ৰাখিছিল; তেওঁ তাৰ ওপৰত উঠি থিয় হল, আৰু ইস্ৰায়েলৰ গোটেই মণ্ডলীৰ সাক্ষাতে আঁঠু পাৰি স্বৰ্গৰ ফাললৈ হাত মেলিলে।) [১৪] আৰু তেওঁ কলে, হে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা, স্বৰ্গ আৰু পৃথিবীত তোমাৰ তুল্য ঈশ্বৰ নাই; সকলো হৃদয়েৰে তোমাৰ আগত আচৰণ কৰোঁতা তোমাৰ দাসবিলাকলৈ তুমি দয়া আৰু নিয়মটী ৰক্ষা কৰোঁতা; [১৫] তোমাৰ দাস মোৰ পিতৃ দায়ূদৰ আগত তুমি যি প্ৰতিজ্ঞা কৰিছিলা, তাক তুমি তেওঁলৈ পালন কৰিলা; এনে কি, তুমি আপোন মুখে কৈ আজিৰ দৰে আপোন হাতেৰে তাক সিদ্ধও কৰিলা। [১৬] এই হেতুকে এতিয়া, হে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা, তুমি মোৰ আগত যেনেকৈ চলিলা, তোমাৰ সন্তানবিলাকে কেৱল যদি সেই ৰূপে মোৰ ব্যৱস্থাতেই চলিবলৈ আপোন আপোন পথত সাৱধানে থাকে, তেনে হলে, মোৰ দৃষ্টিত ইস্ৰায়েলৰ সিংহাসনৰ ওপৰত বহিবলৈ তোমাৰ সম্বন্ধীয়া মানুহৰ অভাৱ নহব, এই বুলি তোমাৰ দাস মোৰ পিতৃ দায়ূদৰ আগত যি প্ৰতিজ্ঞা কৰিছিলা, তাক তোমাৰ দাসলৈ পালন কৰা। [১৭] এই হেতুকে এতিয়া, হে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা,ময় বিনয় কৰোঁ, তোমাৰ দাস দায়ূদক তুমি যি বাক্য কৈছিলা, সেয়ে সাফল হওক। [১৮] কিন্তু বাস্তৱিকে ঈশ্বৰে পৃথিবীত মনুষ্যৰ লগত বাস কৰিব নে? দেখা, স্বৰ্গই আৰু স্বৰ্গৰো স্বৰ্গই তোমাক ধাৰণ কৰিব নোৱাৰে, তেন্তে ময় নিৰ্ম্মাণ কৰা গৃহই জানো পাৰিব? [১৯] তথাপি, হে মোৰ ঈশ্বৰ যিহোৱা, এই গৃহৰ ফাললৈ, মোৰ নাম তাত ৰাখিম বুলি এই যি ঠাইৰ বিষয়ে তুমি কৈছিলা, এই ঠাইৰ ফাললৈ তোমাৰ চকু যেন দিনে-ৰাতিয়ে মুকলি হৈ থাকিব, [২০] এই নিমিত্তে, তোমাৰ দাসে এই ঠাইৰ ফাললৈ মুখ কৰি কৰা প্ৰাৰ্থনা শুনিবলৈ, তুমি তোমাৰ দাসৰ প্ৰাৰ্থনা আৰু মিনতি গ্ৰাহ্য কৰি, তোমাৰ দাসে তোমাৰ আগত কৰা কাতৰোক্তি আৰু প্ৰাৰ্থনালৈ কাণ দিয়া। [২১] আৰু যেতিয়া তোমাৰ দাস ও তোমাৰ প্ৰজা ইস্ৰায়েলে এই ঠাইৰ ফাললৈ মুখ কৰি প্ৰাৰ্থনা কৰিব, তেতিয়া তুমি সিবিলাকৰ মিনতিলৈ কাণ দিবা, এনে কি, তুমি আপোন বাসস্থান স্বৰ্গৰ পৰা তাক শুনিবা, আৰু শুনি ক্ষমা কৰিবা। [২২] কোনোৱে আপোন চুবুৰীয়াৰ অহিতে পাপ কৰিলে, যদি তাক এক শপথ খাবলৈ দিয়া যায়, আৰু সি আহি এই গৃহত তোমাৰ যজ্ঞবেদিৰ আগত শপথ খায়, তেন্তে তুমি স্বৰ্গৰ পৰা তাক শুনিবা; [২৩] আৰু কাৰ্য্য কৰি, তোমাৰ দাসবিলাকৰ বিচাৰ নিষ্পত্তি কৰি দোষীক দণ্ড কৰি তাৰ কৰ্ম্মৰ ফল তাৰ মূৰত দিবা, আৰু নিৰ্দ্দোষীক নিৰ্দ্দোষী কৰি তাৰ ধাৰ্ম্মিকতাৰ ফল তাক দিবা। [২৪] তোমাৰ প্ৰজা ইস্ৰায়েলে তোমাৰ বিৰুদ্ধে পাপ কৰাৰ কাৰণে শত্ৰুৰ আগত ঘটাৰ পাছে যদি তোমালৈ ঘূৰি তোমাৰ নাম স্বীকাৰ কৰি এই গৃহত তোমাৰ আগত প্ৰাৰ্থনা আৰু মিনতি কৰে, [২৫] তেন্তে তুমি স্বৰ্গৰ পৰা তাক শুনি আপোন প্ৰজা ইস্ৰায়েলৰ পাপ ক্ষমা কৰিবা, আৰু তুমি সিবিলাকক ও সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকক দিয়া দেশলৈ সিবিলাকক ওলোটাই আনিবা। [২৬] সিবিলাকে তোমাৰ অহিতে পাপ কৰাৰ কাৰণে, যেতিয়া আকাশ বন্ধ হোৱাত বৰষুণ নাইকিয়া হব, তেতিয়া যদি সিবিলাকে এই ঠাইৰ ফাললৈ মুখ কৰি প্ৰাৰ্থনা কৰে, আৰু তুমি সিবিলাকক দুঃখ দিয়া সময়ত তোমাৰ নাম স্বীকাৰ কৰি আপোন আপোন পাপৰ পৰা ঘূৰে, [২৭] তেন্তে তুমি স্বৰ্গত থাকি তাক শুনিবা, আৰু তোমাৰ দাসবিলাকৰ ও তোমাৰ প্ৰজা ইস্ৰায়েলৰ পাপ ক্ষমা কৰি, সিবিলাকে যাব লগীয়া সজ পথৰ বিষয়ে সিবিলাকক শিক্ষা দিবা, আৰু তুমি আপোন লোকবিলাকক আধিপত্যৰ অৰ্থে দিয়া দেশত বৰষুণ বৰষাবা। [২৮] দেশৰ মাজত যদি আকাল কি মহামাৰী হয়, শস্য ককৰ্ত্তনীয়া কি ৰঙামূৰীয়া হয়, নাইবা ফৰিং কি পোক হয়, আৰু যদি সিবিলাকৰ শত্ৰুবোৰে সিবিলাকৰ দেশৰ

নগৰবোৰত সিবিলাকক অৱৰোধ করে, [২৮] তেন্তে যি কোনো আপদ বা ৰোগ হওক, যদি কোনো মানুহে, বা তোমাৰ প্রজা ইস্রায়েলৰ মাজৰ কোনো লোকে আপোনাৰ পীড়া আৰু দুঃখ জানি এই গৃহৰ ফাললৈ আপোন হাত মেলে, [২৯] তেন্তে তাৰ যি কোনো প্রার্থনা কি মিনতি হওক, তুমি আপোন বাসস্থান স্বর্গৰ পৰা তাক শুনিবা, ক্ষমা কৰিবা, আৰু প্রতিজন লোকৰ মন জানি, ( কিয়নো তুমি, কেৱল তুমিহে মনুষ্য-সন্তানবিলাকৰ মন জানা; ) সিবিলাকৰ আপোন আপোন কর্ম্মৰ দৰে ফল দিবা; [৩১] আমাৰ পূর্ব্বপুৰুষবিলাকক তুমি দিয়া দেশত সিবিলাকে জীয়াই থকা আটাই দিনত তোমাক ভয় কৰি তোমাৰ পথত চলিবৰ নিমিত্তেই তাকে কৰিবা। [৩২] অধিকন্তু, তোমাৰ প্রজা ইস্রায়েল লোকৰ মাজৰ নোহোৱা পৰ-জাতীয় লোকে যেতিয়া তোমাৰ মহান নামৰ আৰু তোমাৰ বলৱান হাত ও মেলা বাহুৰ কথা শুনি দূৰ দেশৰ পৰা আহিব, আৰু আহি এই গৃহৰ ফাললৈ মুখ কৰি প্রার্থনা কৰিব, [৩৩] তেতিয়া, তোমাৰ প্রজা ইস্রায়েলৰ দৰে তোমাক ভয় কৰিবৰ অর্থে, পৃথিবীৰ আটাই জাতিয়ে যেন তোমাৰ নাম জানিব, আৰু ময় সজা এই গৃহ যে তোমাৰ নামেৰে প্রখ্যাত, তাক যেন জানিব, এই নিমিত্তে তোমাৰ বাসস্থান স্বর্গৰ পৰা তাক শুনিবা, আৰু সেই বিদেশী লোকে তোমালৈ কৰ আটাই প্রার্থনাৰ দৰে তালৈ কার্য্য কৰিবা। [৩৪] আৰু তুমি আপোন প্রজাক যি কোনো বাটেদি পঠোৱা, সেই বাটেদি যদি সিবিলাকে আপোনাবিলাকৰ শত্রুবোৰে সৈতে যুদ্ধ কৰিবলৈ ওলাই যায়, আৰু তোমাৰ মনোনীত এই নগৰৰ ফাললৈ, আৰু তোমাৰ নামৰ নিমিত্তে ময় সজা গৃহৰ ফাললৈ মুখ কৰি তোমাৰ আগত প্রার্থনা করে, [৩৫] তেন্তে তুমি স্বর্গৰ পৰা সিবিলাকৰ প্রার্থনা আৰু মিনতি শুনি, সিবিলাকৰ বিচাৰ নিষ্পত্তি কৰিবা। [৩৬] আৰু সিবিলাকে যদি তোমাৰ বিৰুদ্ধে পাপ করে, ( কিয়নো পাপ নকৰা মানুহ কোনো নাই; ) আৰু তুমি সিবিলাকলৈ ক্রুদ্ধ হৈ সিবিলাকক শত্রুৰ হাতত সোধাই দিয়া, তাতে যদি সিবিলাকৰ শত্রুবোৰে সিবিলাকক বন্দী কৰি, [৩৭] দূৰত বা ওচৰত থকা দেশলৈ লৈ যায়, তথাপি সিবিলাকক বন্দী কৰি নিয়া দেশত যদি সিবিলাকে মনত বিবেচনা কৰি ঘূৰি, আপোনা-বিলাকৰ বন্দী-অৱস্থাৰ দেশত থাকি তোমাৰ আগত প্রার্থনা কৰি, আমি পাপ কৰিলোঁ, [৩৮] আমি অপথে গলোঁ, আমি কুকর্ম্ম কৰিলোঁ, এই বুলি সিবিলাকক বন্দী কৰি নিয়া আপোনা-বিলাকৰ বন্দী-অৱস্থাৰ দেশত সকলো মনে সকলো চিত্তে তোমালৈ উলটি, সিবিলাকৰ ওপৰ-পিতৃবিলাকক তুমি দিয়া সিবিলাকৰ দেশৰ ফাললৈ, তোমাৰ মনোনীত নগৰৰ ফাললৈ, আৰু তোমাৰ নামৰ নিমিত্তে ময় নির্ম্মাণ কৰা গৃহৰ ফাললৈ মুখ কৰি যদি প্রার্থনা করে, [৩৯] তেন্তে তুমি আপোন বাসস্থান স্বর্গৰ পৰা সিবিলাকৰ প্রার্থনা আৰু মিনতি শুনি, সিবিলা-কৰ বিচাৰ নিষ্পত্তি কৰিবা, আৰু তোমাৰ বিৰুদ্ধে পাপ কৰা তোমাৰ প্রজাবিলাকক ক্ষমা কৰিবা। [৪০] এতিয়া, হে মোৰ ঈশ্বৰ, ময় বিনয় কৰোঁ, এই ঠাইত কৰা প্রার্থনালৈ তোমাৰ চকু মেলা আৰু কাণো পতা হওক। [৪১] হে ঈশ্বৰ যিহোৱা, এতিয়া তুমি আৰু তোমাৰ শক্তিৰ চন্দুক আপোন বিশ্রামৰ ঠাইলৈ উঠি যোৱা; হে ঈশ্বৰ যিহোৱা, তোমাৰ পুৰোহিত-বিলাকে পৰিত্রাণ-বস্ত্র পিন্ধোক, আৰু তোমাৰ সাধুবিলাকে মঙ্গলত আনন্দ কৰোক। [৪২] হে ঈশ্বৰ যিহোৱা, তুমি আপোন অভিষিক্ত জনক বিমুখ নকৰাবা, আপোন দাস দায়ূদলৈ কৰা নানা দয়ালৈ সোঁৱৰণ কৰা।

৭ চলোমনে প্রার্থনা কৰি এঁটালত, আকা-শৰ পৰা অগ্নি নামি আহি, হোম-বলি আৰু আন আন বলি গ্রাস কৰিলে; আৰু যিহোৱাৰ প্রতাপেৰে গৃহ পৰিপূর্ণ হল। [২] তাতে পুৰো-হিতবিলাকে যিহোৱাৰ গৃহত সোমাব নোৱা-ৰিলে; কিয়নো যিহোৱাৰ প্রতাপেৰে যিহোৱাৰ গৃহ পৰিপূর্ণ আছিল। [৩] আৰু অগ্নি নামি অহা, আৰু গৃহৰ ওপৰত যিহোৱাৰ প্রতাপ থকা সমস্ত ইস্রায়েলৰ সন্তানবিলাকে চাই আছিল; পাছে সিবিলাকে মূৰ দোঁৱাই, শিলেৰে বন্ধা মাটিত মুখ লগাই প্রণিপাত কৰিলে; আৰু, "কিয়নো তেওঁ মঙ্গলময়;

কারণ তেওঁর দয়া সদাকাললৈকে থাকে,” এই বুলি যিহোৱার ধন্যবাদ করিলে। [৪] তার পাছে রজা আরু আটাই প্রজাবিলাকে যিহোৱার আগত বলিদান করিলে। [৫] চলোমন রজাই বাইশ হাজার গরু, আরু এক লাখ বিশ হাজার মের ও ছাগ উৎসর্গ করিলে। এই রূপে রজা আরু প্রজা সকলোৱে ঈশ্বরর গৃহ প্রতিষ্ঠা করিলে। [৬] পুরোহিতবিলাকে আপোন আপোন থাকিব লগা ঠাইত থিয় হৈ আছিল, আরু “কিয়নো যিহোৱার দয়া সদাকাললৈকে থাকে,” এই বুলি যিহোৱার ধন্যবাদ করিবলৈ দায়ূদ রজাই যিহোৱার গীত গাবর নিমিত্তে যি বাদ্যযন্ত্র নির্ম্মাণ করিছিল, সেই বাদ্যযন্ত্র লেবীয়াবিলাকেও হাতত লৈ থিয় হৈ বজাই বজাই দায়ূদর রচিত গীত গাইছিল; আরু সিবিলাকর আগত পুরোহিতবিলাকে তূরী বজাইছিল; আরু গোটেই ইস্রায়েল থিয় হৈ আছিল। [৭] চলোমনে যিহোৱার গৃহর সম্মুখত থকা চোঁতালর মাজ ভাগ পবিত্র করিছিল; কিয়নো সেই ঠাইতেই তেওঁ হোম-বলি, আরু মঙ্গলার্থক বলির তেল উৎসর্গ করিছিল, কারণ চলোমনে সজা পিত্তলর যজ্ঞবেদিয়ে হোম-বলি, ভক্ষ্য নৈবেদ্য, আরু মঙ্গলার্থক বলির তেল ধরিব নোৱারিলে। [৮] এই রূপে সেই সময়ত চলোমন আরু তেওঁর লগত গোটেই ইস্রায়েলে হমাতর প্রবেশস্থানর পরা মিচর জুরীলৈকে, অতি মহাসমাজ হৈ সাত দিন উৎসব করিলে। [৯] পাছে অষ্টম দিনা সিবিলাকে ধর্ম্মসভা করিলে; কিয়নো সিবিলাকে সাত দিন যজ্ঞ-বেদি প্রতিষ্ঠা করিছিল, আরু সাত দিন উৎসব করিছিল। [১০] চলোমনে সপ্তম মাহর তেইশ দিনর দিনা নিজ নিজ তাম্বুলৈ লোক-বিলাকক বিদায় দিলে; যিহোৱাই দায়ূদ, চলোমন, আরু আপোন প্রজা ইস্রায়েললৈ করা মঙ্গলর কারণে সিবিলাক আনন্দিত আরু সন্তুষ্ট মনেরে গুচি গল।

ঈশ্বরে চলোমনর প্রার্থনার উত্তর দিয়া। চলোমনে বন্দী-কামর নিমিত্তে মানুহ গোটোরা। নগর আদি নির্ম্মাণ করা।

[১১] এই রূপে চলোমনে যিহোৱার গৃহ আরু রাজগৃহ সাজি এঁটালে; আরু যিহোৱার গৃহত ও আপোনার গৃহত যি যি কর্ম্ম করিবলৈ চলোমনে স্থির করিছিল, তেওঁ সেই সকলোকেই সিদ্ধ করিলে। [১২] পাছে যিহোৱাই রাতি চলোমনক দর্শন দি কলে, মই তোমার প্রার্থনা শুনিলোঁ, আরু মোর যজ্ঞগৃহ বুলি এই ঠাই মনোনীত করিলোঁ। [১৩] মই যদি আকাশ এনেকৈ বন্ধ করোঁ, যে, বরষুণ নহব বা দেশ গ্রাস করিবলৈ কাকতি ফরিঙক আজ্ঞা করোঁ, বা আপোন প্রজাবিলাকর মাজলৈ মহামারী পঠাওঁ, [১৪] তেন্তে, মোর নামেরে প্রখ্যাত হোৱা মোর প্রজাবিলাকে যদি আপোনাবিলাকক নম্র করি প্রার্থনা করে, আরু মোর সাক্ষাৎ হবলৈ বিচারে, আরু আপোন আপোন কুপথর পরা ঘূরে, তেন্তে মই স্বর্গর পরা শুনি সিবিলাকর পাপ ক্ষমা করিম, আরু সিবিলাকর দেশ আরোগ্য করিম। [১৫] আজির পরা এই ঠাইত করা প্রার্থনালৈ মোর চকু মেলা আরু মোর কাণ পতা হব। [১৬] কিয়নো, মোর নাম সদাকাললৈকে থাকিবর নিমিত্তে মই এই গৃহ মনোনীত করি পবিত্র করিলোঁ; আরু সদায় এই ঠাইলৈ মোর চকু আরু ইয়াত মোর মন থাকিব। [১৭] আরু তুমিও যদি তোমার পিতৃ দায়ূদর দরে মোর সাক্ষাতে চলি, মই তোমাক দিয়া সকলো আজ্ঞা অনুসারে কার্য্য করা, আরু মোর বিধি ও শাসন-প্রণালী-বোর পালন করা, [১৮] তেন্তে, ইস্রায়েলর ওপরত শাসন করিবলৈ তোমার সম্বন্ধীয়া মানুহর অভাব নহব, এই যি কথা কৈ মই তোমার পিতৃ দায়ূদে সৈতে নিয়ম স্থাপন করিলোঁ, তার দরে মই তোমার রাজসিংহাসন স্থির করিম। [১৯] কিন্তু যদি তোমালোকে মোর পরা বিমুখ হৈ, মই তোমালোকর আগত স্থাপন করা মোর বিধি আরু আজ্ঞাবোর ত্যাগ করা, আরু চলি গৈ ইতর দেৱতাবোরক সেৱাপূজা করা, আরু সেই-বোরর আগত প্রণিপাত করা, [২০] তেন্তে, মই সিবিলাকক দিয়া দেশর পরা সিবিলাকক উঘালি পেলাম, আরু আপোন নামর নিমিত্তে মই পবিত্র করা এই গৃহকো আপোন দৃষ্টির পরা দূর করিম, আরু সকলো জাতির মাজত তাক দৃষ্টান্ত আরু বিদ্রূপর বিষয় করিম। [২১] আরু এই যি গৃহ ইমান ওখ হৈছে, ইয়ার

ওচরেদি যোৱা প্রতিজনে আশ্চরিত মানি স্থধিব, এই দেশলৈ আরু এই গৃহলৈ যিহোৱাই কিয় এই রূপ কার্য্য করিলে? [২২] তাতে লোক-বিলাকে কব, ইহঁতর পূর্ব্বপুরুষবিলাকক মিচর দেশর পরা বাহির করি অনা আপোনাবিলাকর পূর্ব্বপুরুষবিলাকর ঈশ্বর যিহোৱাক ইহঁতে ত্যাগ করিলে, আরু ইতর দেৱতাবোরত আসক্ত হৈ সেইবোরর আগত প্রণিপাত করিলে, আরু সেইবোরক সেৱা-পূজা করিলে; এই নিমিত্তে তেওঁ ইহঁতর ওপরত এই আটাই অমঙ্গল ঘটালে।

**৮** চলোমনে যিহোৱার গৃহ আরু আপোনার গৃহ সাজিবলৈ বিশ বছর লাগিল; [২] হূরমে চলোমনক যি যি নগর ওভোটাই দিছিল, সেই বিশ বছরর মূরত সেইবোর চলোমনে পুনরায় সজাই সেইবোরত ইস্রায়েলর সন্তানবিলাকক বাস করালে।

[৩] পাছে চলোমনে হমাৎ-চোবালৈ গৈ তাক পরাজয় করিলে। [৪] আরু অরণ্যত থকা তদ্মোর নগর, আরু হমাতত যি যি ভঁরাল-নগর নির্ম্মাণ করিছিল, সেইবোর তেওঁ সেই সময়ত নির্ম্মাণ করিলে। [৫] আরু তেওঁ ওপর বৈৎ-হোরোণ আরু তল বৈৎ-হোরোণ পুনরায় নির্ম্মাণ করিলে; এই দুখন নগর গড়, দুৱার, আরু ডাং থকা দৃঢ় নগর। [৬] আরু বালৎ, ভঁরাল-নগরবোর, আরু রথর ও অশ্বারোহী-বিলাকর নগরবোর আদি যিরূচালেমত, ও লিবা-নোনত, আরু নিজে শাসন করা দেশর সকলো কালে যি যি নির্ম্মাণ করিবলৈ চলোমনর ইচ্ছা আছিল, সেই সকলোকে তেওঁ নির্ম্মাণ করিলে। [৭] ইস্রায়েলর সন্তানবিলাকর মাজর নোহোৱা অবশিষ্ট থকা হিত্তীয়া, ইমোরীয়া, পরিজ্জীয়া, হিব্বীয়া, আরু যিবূচীয়া লোকবিলাকর [৮] যি সন্তানবোর দেশত অবশিষ্ট থাকিল, যিবোরক ইস্রায়েলর সন্তানবিলাকে উচ্ছন্ন নকরিলে, সিহঁতর মাজর পরাই বন্দী-কামর নিমিত্তে চলোমনে মানুহ গোটালে; সিহঁতে আজিলৈকে তাকেই করি আছে। [৯] কিন্তু চলোমনে আপোনার কার্য্যর নিমিত্তে ইস্রায়েলর সন্তান-বিলাকর মাজর কাকো বন্দী-কামত নলগালে; কিন্তু সিবিলাক রণুৱা, সেনাপতি, আরু সারথি ও অশ্বারোহীর অধ্যক্ষ হল। [১০] সিবিলাকর মাজর দুশ পঞ্চাশ জন লোক চলোমন রজার কার্য্যত নিযুক্ত করা প্রধান বিষয়া আছিল; সিবিলাকে লোকবিলাকর কাম চাইছিল। [১১] পাছে চলোমনে ফরৌণর জীয়েকর নিমিত্তে সজা গৃহলৈ, দায়ূদর নগরর পরা তেওঁক অনালে; কিয়নো তেওঁ কৈছিল, মোর ভার্য্যা ইস্রায়েলর দায়ূদ রজার গৃহত বাস নকরিব; কারণ যি যি ঠাইলৈ যিহোৱার চন্দুক আহে, সেই ঠাইবোর পবিত্র।

[১২] তার পাছে চলোমনে প্রতিদিনর বিধি অনুসারে, [১৩] বারাণ্ডার আগত আপুনি নির্ম্মাণ করা যিহোৱার যজ্ঞবেদির ওপরত যিহোৱার উদ্দেশে হোম-বলি উৎসর্গ করিবলৈ ধরিলে; তেওঁ মোচির আজ্ঞামতে বিশ্রাম-বারত, ন জোনত, আরু নিরূপিত পর্ব্বত, অর্থাৎ খমীর নিদিয়া পিঠ্যার পর্ব্বত, সাত সপ্তাহর পর্ব্বত, আরু পজা-পর্ব্বত, বছরর ভিতরত এই তিনিবার বলি উৎসর্গ করে। [১৪] আরু তেওঁ আপোন পিতৃ দায়ূদে নিরূপণ করার দরে, পুরোহিত-বিলাকক সিবিলাকর পালক্রমে সেৱকীয়া কার্য্যত, আরু প্রতিদিনর বিধি অনুসারে প্রশংসা করিবলৈ আরু পুরোহিতবিলাকর আগত পরিচর্য্যা করিবলৈ লেবীয়াবিলাকক আপোন আপোন করিব লগীয়া কার্য্যত লগালে; আরু পাল অনুসারে প্রত্যেক দুৱারত দুৱরী নিযুক্ত করিলে। কিয়নো ঈশ্বরর লোক দায়ূদে সেই রূপে আজ্ঞা করিছিল। [১৫] আরু রজাই পুরোহিত ও লেবীয়াবিলাকক ভঁরাল আদির বিষয়ে দিয়া কোনো আজ্ঞা সিবিলাকে অন্যথা নকরিলে। [১৬] এই রূপে যিহোৱার গৃহর ভিত্তিমূল স্থাপন করা দিনর পরা তাক নির্ম্মাণ করি শেষ করালৈকে চলোমনর সকলো কার্য্য নিয়মিতরূপে চলিল। এই দরে যিহোৱার গৃহ সম্পূর্ণরূপে সমাপ্ত করা হল।

[১৭] সেই কালত চলোমন ইদোম দেশর সাগরর তীরত থকা ইচিয়োন-গেবরলৈ আরু এলতলৈ গল। [১৮] আরু হূরমে আপোনার দাসবিলাকর দ্বারায় তেওঁর গুরিলৈ জাহাজ আরু সামুদ্রিক কার্য্যত নিপুণ দাসবিলাকক পঠালে; আরু সিহঁতে চলোমনর দাসবিলাকর লগত ওফীরলৈ

গৈ, তাৰ পৰা চাৰি শ পঞ্চাশ কিক্কৰ সোণ লৈ চলোমন ৰজাৰ ওচৰলৈ আহিল।

চলোমনৰ ওচৰলৈ চিবাৰ ৰাণী অহা। চলোমনৰ ধন আৰু ঐশ্বৰ্য্য। চলোমনৰ মৃত্যু।

৯ পাছে চিবা দেশৰ ৰাণীয়ে চলোমনৰ যশস্যাৰ কথা শুনি, যিৰূচালেমত নিগূঢ় বাক্যৰ দ্বাৰায় তেওঁক পৰীক্ষা কৰিবলৈ, সুগন্ধি দ্ৰব্য, অধিক সোণ, আৰু বহুমূল্য মণি বোজাই দিয়া অনেক উট, আৰু অতিশয় অধিক লোকে সৈতে আহিল; আৰু চলোমনৰ ওচৰলৈ আহি, আপোনাৰ মনত যি যি আছিল, সকলোকে তেওঁক কলে। ২ তাতে চলোমনে তেওঁৰ সকলো প্ৰশ্নৰ উত্তৰ দিলে; চলোমনে বুজিব নোৱৰা একোৱেই নাছিল, তেওঁ ৰাণীক সকলোকে কলে। ৩ এইৰূপে চিবাৰ ৰাণীয়ে চলোমনৰ জ্ঞান, তেওঁ নিৰ্ম্মাণ কৰা গৃহ, ৪ তেওঁৰ মেজৰ আহাৰীয় দ্ৰব্য, মন্ত্ৰীসকল বহা, পৰিচাৰকবিলাক থিয় হোৱা আৰু সিবিলাকৰ সাজ, তেওঁৰ পান-পাত্ৰ ধৰাবিলাক আৰু সিবিলাকৰ সাজ, আৰু যিহোৱাৰ গৃহলৈ তেওঁ উঠা খট্‌খটি, এই সকলোকে দেখি, তেওঁ বিচুৰ্ত্তি খালে। ৫ পাছে তেওঁ ৰজাক কলে, মই নিজ দেশত আপোনাৰ বাক্য আৰু জ্ঞানৰ বিষয়ে যি কথা শুনিছিলোঁ, সেয়ে স্বৰূপ আছিল। ৬ কিন্তু, মই আহি যেতিয়ালৈকে আপোন চকুৰে নেদেখিলোঁ, তেতিয়ালৈকে মই সেই কথাত প্ৰত্যয় নকৰিলোঁ; আৰু দেখা, আপোনাৰ জ্ঞানৰ মহত্বৰ আধাও মোক কোৱা নাছিল; মই যি কথা শুনিছিলোঁ, তাতকৈ আপোনাৰ গুণ অধিক আছে। ৭ আপোনাৰ এই যি লোকবিলাকে, আপোনাৰ এই যি দাসবিলাকে আপোনাৰ আগত সদায় থিয় হৈ আপোনাৰ জ্ঞানৰ কথা শুনে, ইবিলাক ধন্য। ৮ যি জনাই আপোনাৰ ঈশ্বৰ যিহোৱাৰ অৰ্থে ৰজা কৰিবলৈ, আপোন সিংহাসনত আপোনাক বহুৱাবলৈ আপোনাত সন্তোষ পালে, আপোনাৰ সেই ঈশ্বৰ যিহোৱা ধন্য; ইস্ৰায়েলক সদাকাললৈকে স্থাপন কৰিবলৈ আপোনাৰ ঈশ্বৰে সিবিলাকক প্ৰেম কৰিলে, এই দেখি তেওঁ বিচাৰ আৰু ধৰ্ম্ম প্ৰচলিত কৰিবলৈ, আপোনাক সিবিলাকৰ ওপৰত ৰাজপদত নিযুক্ত কৰিলে। ৯ পাছে তেওঁ ৰজাক এশ বিশ কিক্কৰ সোণ, অতি অধিক সুগন্ধি দ্ৰব্য, আৰু বহুমূল্য মণি দিলে। চিবাৰ ৰাণীয়ে চলোমন ৰজাক দিয়া সুগন্ধি দ্ৰব্যৰ নিচিনা আৰু সুগন্ধি দ্ৰব্য নাছিল। ১০ হূৰম আৰু চলোমনৰ যি দাসবিলাকে ওফীৰৰ পৰা সোণ আনে, সিবিলাকে অল্‌গুম কাঠ আৰু বহুমূল্য মণিও আনে। ১১ ৰজাই সেই অল্‌গুম কাঠেৰে যিহোৱাৰ গৃহ আৰু ৰাজগৃহৰ নিমিত্তে চিৰি আৰু গায়কবিলাকৰ নিমিত্তে বীণা আৰু নেবল সজালে; তেনেকুৱা কাঠ আগেয়ে যিহূদা দেশত কোনেও কেতিয়াও দেখা নাছিল। ১২ পাছে, চিবাৰ ৰাণীয়ে ৰজালৈ অনা বস্তুৰ সলনি ৰজাই যি বস্তু দিলে, তাৰ বাহিৰে চিবাৰ ৰাণীয়ে খোজাৰ দৰে, তেওঁৰ সকলো মনৰ বাঞ্ছা তেওঁ পূৰ কৰিলে। পাছে ৰাণী আৰু তেওঁৰ দাসবিলাক আপোন দেশলৈ উলটি গল।

১৩ বেপাৰী আৰু বণিকবিলাকে অনা সোণৰ বাহিৰে, এবছৰৰ ভিতৰত ছশ ছয়ষষ্টি কিক্কৰ সোণ চলোমনলৈ আহিল; ১৪ আৰু আৰবৰ আটাই ৰজা আৰু দেশাধ্যক্ষবিলাকেও চলোমন ৰজালৈ সোণ আৰু ৰূপ আনিলে। ১৫ আৰু চলোমন ৰজাই সোণ পিটাই দুশ ঢাল কৰিলে, সোণ পিটাই কৰা প্ৰত্যেক ঢালত ছশ ছেকল সোণ খৰছ হৈছিল; ১৬ আৰু সোণ পিটাই তিনি শ বাৰু যুগুত কৰিলে, তাৰ প্ৰত্যেক বাৰুত তিনি শ চেকল সোণ খৰছ হৈছিল। পাছে ৰজাই সেইবোৰ লিবানোনৰ কাঠনিৰ গৃহত ৰাখিলে। ১৭ ইয়াৰ বাহিৰে ৰজাই হাতিদাঁতৰ এখন ডাঙৰ সিংহাসন সজাই তাৰ ওপৰত শুদ্ধ সোণৰ পতা মাৰিলে। ১৮ সেই সিংহাসনৰ ছখপীয়া খটখটী আছিল, আৰু সিংহাসনত লগোৱা সোণৰ এখন ভৰি-পিৰা আছিল, আৰু বহা ঠাইৰ দুয়োকাষে এটা এটা হাত আছিল, আৰু সেই হাতৰ ওচৰত দুটা সিংহৰ মূৰ্ত্তি থিয় হৈ আছিল। ১৯ আৰু সেই ছয় খাপৰ ওপৰত দুই মূৰে বাৰটা সিংহৰ মূৰ্ত্তি থিয় হৈ আছিল। এনেকুৱা সিংহাসন আৰু কোনো ৰাজ্যত সজা নাছিল। ২০ চলোমন ৰজাৰ সকলো পান-পাত্ৰ সোণৰ আছিল, আৰু লিবানোনৰ কাঠনিৰ গৃহৰ

আটাই পাত্র শুদ্ধ সোণর আছিল ; চলোমনর রাজত্বর কালত রূপ একোরো মাজত গণ্য নাছিল। [২১] কিয়নো হূরমর দাসবিলাকে সৈতে তর্চীচলৈ যোৱা রজার কেইখনমান জাহাজ আছিল ; সেই তর্চীচর জাহাজবোরে সোণ, রূপ, হাতিদাঁত, বান্দর, আরু ময়ূরা চরাই লৈ, প্রত্যেক তিনি বছরর মূরত এবার এবার আহে। [২২] এই রূপে ঐশ্বর্য্য আরু জ্ঞানত চলোমন রজা পৃথিবীত থকা সকলো রজাতকৈ প্রধান হল। [২৩] ঈশ্বরে চলোমনর মনত যি জ্ঞান দিছিল, তেওঁর সেই জ্ঞানর কথা শুনিবলৈ পৃথিবীর সকলো রজাই তেওঁর লগত সাক্ষাৎ করিবলৈ চেষ্টা করিছিল। [২৪] আরু প্রতিজনে আপোন আপোন উপহার, অর্থাৎ রূপর আরু সোণর পাত্র, বস্ত্র, অস্ত্র, সুগন্ধি দ্রব্য, ঘোঁরা, আরু খছর আনে, এই রূপে প্রতিবছরে আনে। [২৫] ঘোঁরা আরু রথর নিমিত্তে চলোমনর চারি হাজার ঘোঁরাশাল আছিল, আরু তেওঁর বার হাজার অশ্বারোহী আছিল ; তেওঁ সিহঁতক নানা রথ-নগরত আরু রজার লগত যিরূচালেমতো রাখিলে। [২৬] আরু ফরাৎ নদীরে পরা পলেষ্টীয়াবিলাকর দেশলৈ আরু মিচরর সীমালৈকে সকলো রজাবিলাকর ওপরত তেওঁ শাসন করিছিল। [২৭] আরু রজাই যিরূচালেমত রূপক শিলর নিচিনা আরু এরচ কাঠক নিম্নভূমিত থকা ডিমরু গছর নিচিনা অধিক করিলে। [২৮] আরু মিচরর পরা আরু আন সকলো দেশর পরা চলোমনর নিমিত্তে ঘোঁরা অনা হয়।

[২৯] চলোমনর অবশিষ্ট কার্য্যর আদ্যোপান্ত বিবরণ নাথন ভাববাদীর পুস্তকখনিত, চীলোনীয়া অহিয়ার ভাববাণীত, আরু নবাটর পুত্র যারবিয়াম-বিষয়ক ইদ্দো দর্শকর দর্শন-পুস্তকখনিত জানো লিখা নাই ? [৩০] চলোমনে যিরূচালেমত গোটেই ইস্রায়েলর ওপরত চল্লিশ বছর রাজত্ব করিলে। [৩১] পাছে চলোমন আপোন ওপর-পিতৃবিলাকর লগত নিদ্রিত হলত, আপোন পিতৃ দায়ূদর নগরত তেওঁক মৈদাম দিয়া হল ; আরু তেওঁর পুত্র রহবিয়াম তেওঁর পদত রজা হল।

দহ ফৈদর বিদ্রোহ। রহবিয়ামর রাজত্ব।

১০ পাছে রহবিয়াম চিখিমলৈ গল ; কিয়নো তেওঁক রজা পাতিবর নিমিত্তে গোটেই ইস্রায়েল চিখিমলৈ গৈছিল। [২] এনেতে নবাটর পুত্র যারবিয়ামে সেই বার্ত্তা পাই, (কিয়নো তেওঁ মিচরত আছিল, চলোমন রজার ভয়ত তেওঁ মিচরলৈ পলাই গৈছিল ;) মিচরর পরা উলটি আহিল ; [৩] কিয়নো লোকবিলাকে মানুহ পঠাই তেওঁক মতাই আনিছিল ; পাছে যারবিয়াম আরু গোটেই ইস্রায়েলে আহি রহবিয়ামক এই কথা কলে, [৪] আপোনার পিতৃয়ে আমার ওপরত অসহনীয় যুঁৱলি দি গল ; এই হেতুকে আপোনার পিতৃয়ে আমাক যি অসহনীয় দাস্যকর্ম্মত লগাই দি, আরু গধূর যুঁৱলি দি গল, আপুনি তার কিছু লঘু করোক ; তেতিয়া আমি আপোনার দাস হৈ থাকিম। [৫] তাতে তেওঁ সিবিলাকক কলে, তিন দিনর পাছে তোমালোকে আকৌ মোর ওচরলৈ আহিবা। তেতিয়া লোকবিলাক গুচি গল। [৬] পাছে রহবিয়াম রজাই, আপোন পিতৃ চলোমন জীয়াই থকা কালত যি বৃদ্ধবিলাক তেওঁর আগত থিয় হৈ থাকিছিল, সিবিলাকর লগত মন্ত্রণা করি সুধিলে, মর সেই লোকবিলাকক উত্তর দিবলৈ তোমালোকে কি পরামর্শ দিয়া ? [৭] তাতে সিবিলাকে তেওঁক কলে, আপুনি যদি সেই লোকবিলাকলৈ মরমীয়াল হৈ সিবিলাকক সন্তুষ্ট করে, আরু সিবিলাকক ভাল কথা কয়, তেন্তে সিবিলাক সদাকাললৈকে আপোনার দাস হৈ থাকিব। [৮] কিন্তু তেওঁক বৃদ্ধবিলাকে দিয়া পরামর্শ তেওঁ ত্যাগ করি, আপোনার আগত থিয় হৈ থাকোঁতা তেওঁরে একে সমানে ডাঙর-দীঘল হোৱা ডেকাবিলাকে সৈতে মন্ত্রণা করিলে। [৯] তেওঁ সিবিলাকক সুধিলে, আপোনার পিতৃয়ে আমার ওপরত যি যুঁৱলি দি গল, তার কিছু লঘু করোক বুলি মোর আগত কোৱা সেই লোকবিলাকক আমি উত্তর দিবর নিমিত্তে তোমালোকে কি পরামর্শ দিয়া ? [১০] তাতে তেওঁরে একে সমানে ডাঙর-দীঘল হোৱা সেই ডেকাবিলাকে তেওঁক কলে, আপোনার পিতৃয়ে আমার ওপরত গধূর যুঁৱলি দি

গল, কিন্তু আপুনি তাৰ কিছু লঘু কৰোক বুলি আপোনাৰ আগত কোৱা লোকবিলাকক এই কথা কব, মোৰ কেঁৱা আঙ্গুলি মোৰ পিতৃৰ কঁকালতকৈয়ো ডাঙৰ। [১১] এই হেতুকে শুনা, মোৰ পিতৃয়ে তোমালোকৰ ওপৰত গধুৰ যুঁৱলিৰ ভাৰ দি গল, কিন্তু মই তাক আৰু গধুৰ কৰিম; মোৰ পিতৃয়ে তোমালোকক চাবুকেৰে শাস্তি দিছিল, কিন্তু মই হলে তোমালোকক কোঁকোৰা-বিছাৰে দিম, এই বুলি সিবিলাকক কব। [১২] পাছে, তৃতীয় দিনা মোৰ ওচৰলৈ আকৌ আহিবা, ৰজাই কোৱা এই কথাৰ দৰেই যাৰবিয়াম আদি সকলো লোক তৃতীয় দিনা ৰহবিয়ামৰ ওচৰলৈ আহিল। [১৩] তাতে ৰজাই সিবিলাকক টান টান কথাৰে উত্তৰ দিলে; আৰু ৰহবিয়াম ৰজাই বৃদ্ধবিলাকৰ পৰামৰ্শ ত্যাগ কৰি, [১৪] সেই ডেকাবিলাকৰ পৰামৰ্শ অনুসাৰে সিবিলাকক এই কথা কলে, মোৰ পিতৃয়ে তোমালোকক গধুৰ যুঁৱলি দি গল, কিন্তু মই তোমালোকৰ যুঁৱলি আৰু গধুৰ কৰিম; মোৰ পিতৃয়ে তোমালোকক চাবুকেৰে শাস্তি দিছিল, কিন্তু মই হলে তোমালোকক কেঁকোৰা-বিছাৰে দিম। [১৫] এই ৰূপে ৰজাই লোকবিলাকৰ কথালৈ কাণ নিদিলে; কিয়নো চীলোনীয়া অহিয়াৰ মুখে নবাটৰ পুত্ৰ যাৰবিয়ামক যিহোৱাই কোৱা আপোন বাক্য সিদ্ধ কৰিবৰ অৰ্থে ঈশ্বৰৰ পৰা এই ঘটনা হল। [১৬] যেতিয়া গোটেই ইস্ৰায়েলে ৰজাক সিবিলাকৰ কথালৈ কাণ নিদিয়া দেখিলে, তেতিয়া লোকবিলাকে ৰজাক উত্তৰ দি কলে, দায়ূদত আমাৰ কি ভাগ আছে? যিচয়ৰ পুত্ৰত আমাৰ কোনো অধিকাৰ নাই; হে ইস্ৰায়েল, প্ৰতিজনে আপোন আপোন তাম্বুলৈ গুচি যোৱা; হে দায়ূদ, এতিয়া তুমি আপোন বংশলৈ চোৱা। তাতে গোটেই ইস্ৰায়েল আপোন আপোন তাম্বুলৈ গুচি গল। [১৭] কিন্তু যিহূদাৰ নগৰবোৰত বাস কৰা ইস্ৰায়েলৰ সন্তানবিলাকৰ ওপৰত হলে, ৰহবিয়াম ৰজা হৈ থাকিল। [১৮] পাছে ৰহবিয়াম ৰজাই বন্দী-কাম কৰাবোৰৰ অধ্যক্ষ হদোৰামক পঠালত, ইস্ৰায়েলৰ সন্তানবিলাকে তেওঁলৈ এনেকৈ শিল দলিয়ালে, যে, তেওঁ তাতে মৰিল; আৰু ৰহবিয়াম ৰজাই যিৰূচালেমলৈ পলাই যাবৰ নিমিত্তে বেগাবেগিকৈ আপোনাৰ ৰথত উঠিল। [১৯] এই ৰূপে ইস্ৰায়েলে দায়ূদৰ বংশৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ কৰিলে, আজিলৈকে সেই ভাবেই আছে।

১১ ৰহবিয়াম যেতিয়া যিৰূচালেমলৈ আহিল, তেতিয়া, ৰহবিয়ামৰ অধীনলৈ ৰাজ্য পুনৰায় আনিবৰ নিমিত্তে ইস্ৰায়েলৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ যিহূদাৰ আৰু বিন্যামীনৰ বংশক, অৰ্থাৎ এক লাখ আশী হাজাৰ মনোনীত যুদ্ধাৰু লোক তেওঁ গোটালে। [২] কিন্তু ঈশ্বৰৰ লোক চময়িয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে, [৩] তুমি যিহূদাৰ ৰজা চলোমনৰ পুত্ৰ ৰহবিয়ামক, আৰু যিহূদা ও বিন্যামীনত থকা গোটেই ইস্ৰায়েলক কোৱা, [৪] যিহোৱাই এই কথা কৈছে, তোমালোকে উঠি নেযাবা, আৰু আপোন ভাইবিলাকৰ বিৰুদ্ধে যুদ্ধ নকৰিবা; প্ৰতিজনে আপোন আপোন ঘৰলৈ উভটি যোৱা; কিয়নো মোৰ দ্বাৰায়হে এই কথা হৈছে। তাতে সিবিলাকে যিহোৱাৰ বাক্যলৈ কাণ দিলে, আৰু যাৰবিয়ামৰ বিৰুদ্ধে যোৱাৰ পৰা উলটি গল। [৫] পাছে ৰহবিয়ামে যিৰূচালেমত বাস কৰি দেশ-ৰক্ষাৰ অৰ্থে যিহূদাত নানা নগৰ দৃঢ় কৰিলে। [৬] তেওঁ বৈৎ-লেহম, এথম, তকোৱা, [৭] বৈৎ-চূৰ, চোকো, অদুল্লম, [৮] গাৎ, মাৰেচা, জীফ, [৯] অদোৰয়িম, লাখীচ, অজেকা, [১০] চৰা, অয়ালোন, আৰু হিব্ৰোণ, যিহূদাত আৰু বিন্যামীনত থকা এইবোৰ নগৰ গড়েৰে আবৃত কৰি দৃঢ় কৰিলে। [১১] আৰু তেওঁ আটাইবোৰ দুৰ্গ দৃঢ় কৰি, সেইবোৰৰ মাজত সেনাপতি-বিলাক ৰাখিলে, আৰু খোৱা বস্তু, তেল, আৰু দ্ৰাক্ষাৰসৰ ভঁৰাল পাতিলে। [১২] আৰু তেওঁ প্ৰত্যেক নগৰত ঢাল আৰু বৰশা ৰাখিলে, আৰু নগৰবোৰ অতি দৃঢ় কৰিলে। যিহূদা আৰু বিন্যামীন তেওঁৰ অধীনে আছিল। [১৩] আৰু গোটেই ইস্ৰায়েলৰ মাজত যি যি পুৰোহিত আৰু লেবীয়া লোক আছিল, সিবিলাক আপোনাবিলাকৰ আটাই অঞ্চলৰ পৰা তেওঁৰ ওচৰলৈ আহিল। [১৪] কিয়নো লেবীয়াবিলাকে আপোন আপোন চৰণী ঠাই আৰু আপোন আপোন আধিপত্য এৰি, যিহূদা

আৰু যিৰূচালেমলৈ আহিল ; কাৰণ যাৰবিয়াম আৰু তেওঁৰ পুতেকবিলাকে সিবিলাকক যিহোৱাৰ উদ্দেশে পুৰোহিত-কৰ্ম্ম কৰিবলৈ নিদি সিবিলাকক খেদি দিছিল, [১৫] আৰু তেওঁ ওখ ঠাইবোৰৰ, নোমাল জন্তুবোৰৰ, আৰু আপুনি সজা দামুৰি দুটাৰ নিমিত্তে পুৰোহিতবোৰ নিযুক্ত কৰিছিল। [১৬] ইস্ৰায়েলৰ আটাই ফৈদৰ মাজত যিবিলাক লোকৰ, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাক বিচাৰিবৰ মন আছিল, সিবিলাকে লেবীয়াবিলাকৰ অনুগামী হৈ আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে বলিদান কৰিবলৈ যিৰূচালেমলৈ আহিল। [১৭] এই ৰূপে সিবিলাকে তিনি বছৰলৈকে যিহূদাৰ ৰাজ্য দৃঢ় কৰিলে, আৰু চলোমনৰ পুত্ৰ ৰহবিয়ামক সবল কৰিলে ; কিয়নো তিনি বছৰলৈকে সিবিলাকে দায়ূদৰ আৰু চলোমনৰ পথত চলিছিল। [১৮] ৰহবিয়ামে দায়ূদৰ পুত্ৰ যিৰীমোতৰ জীয়েক মহলতক বিয়া কৰিলে ; যিচয়ৰ পুত্ৰ ইলীয়াবৰ জীয়েক অবীহয়িল তাইৰ মাক আছিল। [১৯] সেই তিৰুতাই যিয়ূচ, চমৰিয়া, আৰু জহম, এই কেইজন পুত্ৰ তেওঁলৈ প্ৰসৱ কৰিলে। [২০] তাইৰ পাছত তেওঁ অবচালোমৰ জীয়েক মাখাক বিয়া কৰিলে ; এই তিৰুতাই তেওঁলৈ অবিয়া, অত্তয়, জীজা, আৰু চলোমীতক প্ৰসৱ কৰিলে। [২১] ৰহবিয়ামে আপোনাৰ সকলো পত্নী আৰু উপপত্নীৰ মাজত (কিয়নো তেওঁ অঠৈৰ জনী পত্নী আৰু ষাইঠ জনী উপপত্নী গ্ৰহণ কৰিলে ; আৰু তেওঁৰ ঔৰসত অঠাইশটা পুতেক আৰু ষাইঠ জনী জীয়েক জন্মিল।) অবচালোমৰ জীয়েক মাখাক সকলোতকৈ ভাল পাইছিল ; [২২] পাছে ৰহবিয়ামে মাখাৰ গৰ্ভত জন্মা অবিয়াক প্ৰধান, অৰ্থাৎ আপোন ভায়েক-ককায়েকবিলাকৰ মাজত অধ্যক্ষ পাতিলে ; কিয়নো তেওঁক ৰজা পাতিবলৈ তেওঁ মন কৰিছিল। [২৩] আৰু তেওঁ বুদ্ধিৰে আচৰণ কৰি, যিহূদা আৰু বিন্যামীন দেশৰ সকলো ফালে, আপোনাৰ আটাই পুতেকবিলাকক, গড়েৰে আবৃত থকা প্ৰত্যেক নগৰত বেলেগ বেলেগকৈ নিযুক্ত কৰিলে ; আৰু সিবিলাকক অধিক খোৱা বস্ত দিলে, আৰু সিবিলাকৰ নিমিত্তে অনেক ছোৱালী খজিলে।

চীচকে দেশ আক্ৰমণ কৰা। ৰহবিয়ামৰ মৃত্যু।

১২ পাছে, যেতিয়া ৰহবিয়ামৰ ৰাজ্য দৃঢ় হল, আৰু তেওঁ শক্তিমন্ত হল, তেতিয়া তেওঁ আৰু তেওঁৰে সৈতে গোটেই ইস্ৰায়েলে যিহোৱাৰ ব্যৱস্থা ত্যাগ কৰিলে। [২] আৰু সিবিলাকে যিহোৱাৰ বিৰুদ্ধে অপৰাধ কৰাত, ৰহবিয়ামৰ ৰাজত্বৰ পঞ্চম বছৰত মিচৰৰ চীচক ৰজাই [৩] বাৰ শ ৰথ আৰু ষাইঠ হাজাৰ অশ্বাৰোহী লগত লৈ, যিৰূচালেমৰ বিৰুদ্ধে আহিল ; মিচৰৰ পৰা তেওঁৰ লগত অহা লূবীয়া, চুক্কীয়া, আৰু কূচীয়া লোকবিলাক অসংখ্য আছিল। [৪] পাছে গড়েৰে আবৃত থকা যিহূদাৰ নগৰবোৰ তেওঁ হাত কৰি লৈ যিৰূচালেম পালেহি। [৫] তেতিয়া চময়িয়া ভাববাদীয়ে ৰহবিয়ামৰ ওচৰলৈ, আৰু চীচকৰ ভয়ত যিৰূচালেমত গোট খোৱা যিহূদাৰ অধ্যক্ষবিলাকৰ ওচৰলৈ আহি সিবিলাকক কলে, যিহোৱাই এই কথা কৈছে, তোমালোকে, মোক ত্যাগ কৰিলা ; এই কাৰণে ময়ো তোমালোকক ত্যাগ কৰি চীচকৰ হাতত দিলোঁ। [৬] তাতে ইস্ৰায়েলৰ অধ্যক্ষবিলাক আৰু ৰজাই নম্ৰ হৈ কলে, যিহোৱা ন্যায়বান। [৭] তেতিয়া যিহোৱাই সিবিলাকক নম্ৰ হোৱা দেখি, চময়িয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে, সিবিলাক নম্ৰ হল, ময় সিবিলাকক বিনষ্ট নকৰোঁ, কিন্তু অলপ কালৰ নিমিত্তেহে সিবিলাকক উদ্ধাৰ কৰিম ; চীচকৰ হাতৰ দ্বাৰায় যিৰূচালেমৰ ওপৰত মোৰ ক্ৰোধ ঢলা নেযাব। [৮] তথাপি মোৰ দাস হোৱা কি, আৰু অন্য দেশীয় ৰজাবিলাকৰ দাস হোৱা কি ; তাক সিবিলাকে বুজিবৰ নিমিত্তে, সিবিলাক তেওঁৰ দাস হব। [৯] পাছে মিচৰৰ ৰজা চীচকে যিৰূচালেমৰ বিৰুদ্ধে আহি, যিহোৱাৰ গৃহত আৰু ৰাজগৃহত সাঁচি থোৱা বস্তবোৰ লৈ গল ; তেওঁ সকলোকে নিলে ; আৰু চলোমনে সজোৱা সোণৰ ঢালবোৰো লৈ গল। [১০] পাছে ৰহবিয়াম ৰজাই সেইবোৰৰ সলনি পিত্তলৰ ঢাল কৰাই ৰাজগৃহৰ দুৱাৰ-ৰখীয়া প্ৰহৰীবোৰৰ অধ্যক্ষবিলাকৰ হাতত সোধাই দিলে। [১১] তাতে, যিমান-বাৰ ৰজা যিহোৱাৰ গৃহত সোমায়, সিমান-বাৰ প্ৰহৰীবোৰে আহি সেই ঢালবোৰ লৈ যায়, পাছত আকৌ প্ৰহৰীৰ খোঁটালিলৈ ওভোটাই

আনে। [১২] রহবিয়াম নম্র হোৱাত, যিহোৱাৰ ক্ৰোধ এনেকৈ ক্ষান্ত হল, যে, তেওঁ সম্পূৰ্ণকৈ তেওঁক বিনষ্ট নকৰিলে ; আৰু যিহুদাৰ মাজতো কোনো কোনোৰ সম্ভাব আছিল। [১৩] পাছে ৰহবিয়াম ৰজাই যিৰূচালেমত আপোনাকে সবল কৰি ৰাজত্ব কৰিলে ; কিয়নো ৰহবিয়ামে একচল্লিশ বছৰ বয়সত ৰজা হৈ, যিহোৱাই আপোন নাম স্থাপন কৰিবৰ অৰ্থে ইস্ৰায়েলৰ আটাই ফৈদৰ মাজৰ পৰা মনোনীত কৰা নগৰ যিৰূচালেমত সোতৰ বছৰ ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম অম্মোনীয়া নয়মা। [১৪] কিন্তু তেওঁ কু-আচৰণ কৰিলে ; কাৰণ তেওঁ যিহোৱাক বিচাৰ কৰিবলৈ আপোনাৰ মন থিৰ নকৰিলে। [১৫] ৰহবিয়ামৰ আদ্যোপান্ত বৃত্তান্ত চময়িয়া ভাববাদীৰ ইতিহাস-পুস্তক আৰু ইদ্দো দৰ্শকৰ ইতিহাস-পুস্তক, এই তুথনিত বংশাৱলি লিখাৰ দৰে জানো লিখা নাই ? ৰহবিয়াম আৰু যাৰবিয়ামৰ মাজত সদায় যুদ্ধ আছিল। [১৬] পাছে ৰহবিয়াম আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হল, আৰু দায়ূদৰ নগৰত তেওঁক মৈদাম দিয়া হল ; পাছে তেওঁৰ পুত্ৰ অবিয়া তেওঁৰ পদত ৰজা হল।

অবিয়াৰ ৰাজত্ব। যাৰবিয়ামৰ লগত তেওঁৰ যুদ্ধ।

**১৩** যাৰবিয়াম ৰজাৰ ৰাজত্বৰ অষ্টাদশ বছৰত অবিয়াই যিহুদাৰ ওপৰত ৰজা হৈ, [২] তিনি বছৰ যিৰূচালেমত ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম গিবিয়া-নিবাসী উৰীয়েলৰ জীয়েক মীখায়া। অবিয়া আৰু যাৰবিয়ামৰ মাজত যুদ্ধ চলি আছিল। [৩] অবিয়াই যুদ্ধাৰু বীৰপুৰুষ থকা সৈন্য-সামন্তৰ চাৰি লাখ মনোনীত লোক লগত লৈ, যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলে ; আৰু যাৰবিয়ামে আঁঠ লাখ মনোনীত বলৱান বীৰপুৰুষ লগত লৈ, তেওঁৰ বিৰুদ্ধে বেহ পাতিলে। [৪] পাছে অবিয়াই ইফ্ৰয়িমৰ পৰ্ব্বতীয়া অঞ্চলত থকা চমাৰয়িম পৰ্ব্বতৰ ওপৰত থিয় হৈ কলে, হে যাৰবিয়াম আৰু গোটেই ইস্ৰায়েল লোক, মোৰ কথা শুনা ; [৫] ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই যে ইস্ৰায়েলৰ ৰাজ্যভাৰ সদাকাললৈকে দায়ূদক আৰু তেওঁৰ সন্তানবিলাকক লোণেৰে কৰা এটা নিয়মেৰে দিলে, তাক জানো তোমালোকে জনা উচিত নহয় ? [৬] তথাপি দায়ূদৰ পুত্ৰ চলোমনৰ দাস নবাটৰ পুত্ৰেক যাৰবিয়াম আপোন প্ৰভুৰ বিৰুদ্ধে উঠি বিদ্ৰোহী হল ; [৭] আৰু কেতবিলাক পাষণ্ড ও অসাৰ চিত্তৰ লোকে তেওঁৰ ওচৰত গোট খাই চলোমনৰ পুত্ৰ ৰহবিয়ামৰ বিৰুদ্ধে আপোনাবিলাকক সবল কৰিলে ; তেতিয়া ৰহবিয়াম ডেকা আৰু অলপ-ধতুৰা হোৱাত, তেওঁ সিহঁতৰ আগত আপোনাকে সবল কৰিব নোৱাৰিলে। [৮] আৰু এতিয়া তোমালোকে দায়ূদৰ সন্তানবিলাকৰ হাতত থকা যিহোৱাৰ ৰাজ্যৰ বিৰুদ্ধে আপোনাবিলাকক সবল কৰিব পাৰিম বুলি ভাবিছাহঁক ; তোমালোক অতিশয় অধিক লোকসমূহ, আৰু দেৱতাস্বৰূপে তোমালোকৰ নিমিত্তে যাৰবিয়ামে সজা সোণৰ দামুৰি কেইটা তোমালোকৰ লগত আছে। [৯] তোমালোকে জানো যিহোৱাৰ পুৰোহিত হাৰোণৰ সন্তানবিলাকক আৰু লেবীয়াবিলাকক খেদি, অন্য দেশীয় জাতিবিলাকৰ নিচিনাকৈ আপোনাবিলাকৰ নিমিত্তে পুৰোহিত পাতি লোৱা নাই ? ইয়াতে যি কোনোৱে এটা দমৰা আৰু সাতোটা মেৰ লৈ নিজকে পুৰোহিত কৰাবলৈ আহে, সি সেই ঈশ্বৰ নোহোৱাবোৰৰ পুৰোহিত হব পাৰে। [১০] কিন্তু আমি তেনেকুৱা নহওঁ ; যিহোৱাই আমাৰ ঈশ্বৰ, আমি তেওঁক ত্যাগ কৰা নাই ; আৰু যিহোৱাৰ পৰিচৰ্য্যা কৰোঁতা পুৰোহিত হাৰোণৰ সন্তানবিলাক, আৰু আপোন আপোন কামত লাগি থকা লেবীয়াবিলাক আমাৰ আছে ; [১১] সিবিলাকে যিহোৱাৰ উদ্দেশে প্ৰতিদিনে ৰাতিপুৱা আৰু সন্ধ্যা বেলা হোম-বলি উৎসৰ্গ কৰে, আৰু সুগন্ধি ধূপ জলায়, আৰু পবিত্ৰ মেজৰ ওপৰত দৰ্শন-পিঠা সজাই ৰাখে, আৰু সন্ধ্যা বেলা সন্ধ্যা বেলা জলাবৰ নিমিত্তে প্ৰদীপবোৰে সৈতে সোণৰ দীপাধাৰ যুগুতাই থয় ; কিয়নো আমি আমাৰ ঈশ্বৰ যিহোৱাৰ পালনীয় পালন কৰি আছোঁ, কিন্তু তোমালোকে তেওঁক ত্যাগ কৰিলা। [১২] আৰু দেখা, ঈশ্বৰ আমাৰ সঙ্গী হৈ আমাৰ আগত যাওঁতা হৈছে ; আৰু তেওঁৰ পুৰোহিতবিলাক আৰু তোমালোকৰ বিৰুদ্ধে মহাধ্বনি কৰা সিবিলাকৰ তূৰীও আছে। হে ইস্ৰায়েলৰ সন্তানবিলাক,

তোমালোকে আপোনাবিলাকর পূর্ব্বপুরুষবিলাকর ঈশ্বর যিহোৱার বিরুদ্ধে যুদ্ধ নকরিবা; কিয়নো করিলে কৃতকার্য্য নহবা; [13] কিন্তু যারবিয়ামে সিবিলাকক আক্রমণ করিবর অর্থে, গুপুতে এদল সৈন্ত সিবিলাকর পাছফাললৈ ঘূরাই পঠালে; তাতে এদল লোক যিহুদার আগফালে, আরু সেই গুপুত দল সিবিলাকর পাছফালে আছিল। [14] পাছে যিহুদার লোকবিলাকে মুখ ঘূরাই যেতিয়া আপোনাবিলাকর আগত আরু পাছত যুদ্ধ দেখিলে, তেতিয়া সিবিলাকে যিহোৱার আগত কাতরোক্তি করিলে, আরু পুরোহিতবিলাকে তূরী বজালে; [15] পাছে যিহুদার লোকবিলাকে সিংহনাদ করি উঠিল; তাতে যিহুদার লোকবিলাকে সিংহনাদ করোঁতে, ঈশ্বরে অবিয়ার আরু যিহুদার আগত যারবিয়ামক আরু গোটেই ইস্রায়েলক ঘটালে। [16] তেতিয়া, ইস্রায়েলর সন্তানবিলাক যিহুদার আগর পরা পলালত, ঈশ্বরে সিহঁতক সিবিলাকর হাতত সোধাই দিলে। [17] অবিয়া আরু তেওঁর লোকবিলাকে সিহঁতর মাজত মহা-সংহারেরে সংহার করিলে; তাতে ইস্রায়েলর মাজত পাঁচ লাখ মনোনীত লোক মরা পড়িল। [18] এই রূপে সেই সময়ত ইস্রায়েলর সন্তানবিলাক নত হল, আরু যিহুদার সন্তানবিলাক বলবান হল, কিয়নো সিবিলাকে আপোনাবিলাকর ওপর-পিতৃবিলাকর ঈশ্বর যিহোৱার ওপরত ভারসা রাখিছিল। [19] পাছে অবিয়াই যারবিয়ামর পাছে পাছে খেদি গৈ, তেওঁর খনদিয়েক নগর, অর্থাৎ বৈৎ-এল আরু তার উপনগর, যচানা আরু তার উপনগর, আরু ইফ্রোণ আরু তার উপনগর হাত করি ললে। [20] অবিয়ার দিনত যারবিয়াম আরু বলবান নহল; আরু যিহোৱাই তেওঁক প্রহার করাত, তেওঁ মরিল। [21] কিন্তু অবিয়া বলবান হৈ উঠিল; তেওঁ চৌদ্ধ জনী তিরুতা বিয়া করিলে; আরু তেওঁর ঔরসত বাইশটা পুতেক, আরু ষোল জনী জীয়েক জন্মিল। [22] অবিয়ার অবশিষ্ট বৃত্তান্ত, তেওঁর কার্য্য, আরু তেওঁ কোৱা কথা ইদ্দো ভাববাদীর টীকা-শাস্ত্রখনিত লিখা আছে।

আচার রাজত্ব। তেওঁ কূচীয়াহঁতক জয় করা। ঈশ্বরে সৈতে ইস্রায়েলে করা নিয়ম।

১৪ পাছে অবিয়া আপোন ওপর-পিতৃবিলাকর লগত নিদ্রিত হল, আরু লোকবিলাকে দায়ূদর নগরত তেওঁক মৈদাম দিলে; পাছে তেওঁর পুত্র আচা তেওঁর পদত রজা হল। এওঁর রাজত্বর কালত দহ বছরলৈকে দেশ সুখিলে থাকিল। [2] আরু আচাই আপোন ঈশ্বর যিহোৱার দৃষ্টিত যি ভাল আরু ন্যায়, তাকে করিলে। [3] কিয়নো তেওঁ পরজাতীয় যজ্ঞবেদি আরু ওখ ঠাইবোর গুচাই পেলালে, স্তম্ভবোর ভাঙ্গি পেলালে, আরু আচেরা মূর্ত্তিবোর কাটি পেলালে; [4] আরু যিহুদাক সিবিলাকর ওপর-পিতৃবিলাকর ঈশ্বর যিহোৱাক বিচারিবলৈ, ব্যবস্থা আরু আজ্ঞা পালন করিবলৈ আদেশ করিলে। [5] তেওঁ যিহুদার সকলো নগরর পরা ওখ ঠাই আরু সূর্য্য-প্রতিমাবোর গুচাই পেলালে; আরু তেওঁর আগত রাজ্য সুখিলে থাকিল। [6] পাছে তেওঁ যিহুদাত গড়েরে আবৃত করি কেইবাখনো নগর দৃঢ় করিলে; কিয়নো, যিহোৱাই তেওঁক জিরণি দিয়াত, দেশ সুখিলে আছিল, আরু সেই কালত কেইবাবছরলৈকে কারো লগত তেওঁর যুদ্ধ নাছিল। [7] কারণ তেওঁ যিহুদাক কৈছিল, আহাঁ, আমি এই নগর কেইখন দৃঢ় করোঁহঁক, আরু এইবোরর চারিওফালে গড় আরু কোঁঠ সাজোঁ, দুৱার আরু ডাং দিওঁ; দেশ এতিয়ালৈকে আমার আগত আছে, কিয়নো আমি আমার ঈশ্বর যিহোৱাক বিচারিলোঁ; আমি তেওঁক বিচরাত, তেওঁ চারিওফালর পরা আমাক জিরণি দিলে। এই রূপে সিবিলাকে সেইবোর নগর দৃঢ় করি কৃতকার্য্য হল। [8] আচার ঢাল আরু জাঠি ধরা সৈন্যসমূহ আছিল, অর্থাৎ যিহুদার তিনি লাখ, আরু বিন্যামীনর ঢাল আরু ধনু ধরা দুই লাখ আশী হাজার সৈন্য আছিল; এই সকলো পরাক্রমী বীরপুরুষ। [9] পাছে কূচদেশীয় জেরহে দহ লাখ সৈন্য আরু তিনি শ রথ লগত লৈ, সিবিলাকর বিরুদ্ধে যাত্রা করি মারেচা পালেহি। [10] তাতে আচাই তেওঁর বিরুদ্ধে যাত্রা করিলত,

সিহঁতে মাৰেচাৰ ওচৰৰ চফাথা উপত্যকাত বেহু পাতিলে। [১১] তেতিয়া আচাই আপোন ঈশ্বৰ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কলে, হে যিহোৱা, তুমি সহায় কৰিবলৈ গলে, তোমাৰ আগত বলী আৰু নিৰ্ব্বলীৰ মাজত একো ভেদ নাই। হে আমাৰ ঈশ্বৰ যিহোৱা, আমাক সহায় কৰা; কিয়নো আমি তোমাৰ ওপৰত ভাৰসা ৰাখি, তোমাৰেই নামে এই লোকাৰণ্যৰ বিৰুদ্ধে আহিলোঁ। হে যিহোৱা, তুমিয়েই আমাৰ ঈশ্বৰ; তোমাৰ আগত মৰ্ত্ত্য প্ৰবল নহওক। [১২] তেতিয়া, যিহোৱাই আচাৰ আৰু যিহুদাৰ আগত কূচীয়াবিলাকক ঘটোৱাত, কূচীয়াবিলাক ভাগি পলাল। [১৩] তাতে আচা আৰু তেওঁৰ লগৰ মানুহবিলাকে গৰাৰলৈকে সিহঁতৰ পাছে পাছে খেদি গল; আৰু কূচীয়াবিলাক ইমানকৈ মৰা পৰিল, যে, সিহঁতে পুনৰায় আৰু সবল হব নোৱাৰিলে, কাৰণ যিহোৱা আৰু তেওঁৰ সৈন্যসামন্তৰ আগত সিহঁত বিনষ্ট হল; আৰু লোকবিলাকে অতি অধিক লুটদ্ৰব্য নিলে। [১৪] সিবিলাকে গৰাৰৰ চাৰিওফালে থকা আটাইবোৰ নগৰ জয় কৰি ললে; কিয়নো সিহঁতে যিহোৱাৰ-পৰা ভয় পালে, আৰু সিবিলাকে আটাইবোৰ নগৰ লুট কৰিলে; কাৰণ সেইবোৰত অনেক লুট-দ্ৰব্য আছিল। [১৫] আৰু সিবিলাকে তাম্বু-নিবাসীবিলাকক প্ৰহাৰ কৰি, বহুৎ মেৰ, ছাগ, আৰু উট লৈ, যিৰূচালেমলৈ উলটি আহিল।

**১৫** পাছে ওদেদৰ পুত্ৰ অজৰিয়াত ঈশ্বৰৰ আত্মা স্থিতি হোৱাত, [২] তেওঁ ওলাই গৈ আচাৰ লগত সাক্ষাৎ কৰি তেওঁক কলে, হে আচা, আৰু হে যিহুদাৰ আৰু বিন্যামীনৰ আটাই লোকবিলাক, তোমালোকে মোৰ কথা শুনা; তোমালোক যেতিয়ালৈকে যিহোৱাৰ লগত থাকা, তেতিয়ালৈকে তেওঁ তোমালোকৰ লগত থাকিব; আৰু যদি তোমালোকে তেওঁক বিচাৰা, তেনে হলে তেওঁ তোমালোকক আপোনাকে পাবলৈ দিব; কিন্তু যদি তোমালোকে তেওঁক ত্যাগ কৰা, তেন্তে তেওঁ তোমালোকক ত্যাগ কৰিব। [৩] ইস্ৰায়েলে কোনো কোনো সময়ত সত্যময় ঈশ্বৰ-বিহীন, শিক্ষা দিওঁতা পুৰোহিত-বিহীন, আৰু ব্যৱস্থা-বিহীন আছিল; [৪] কিন্তু সঙ্কটৰ সময়ত যেতিয়া সিবিলাকে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱালৈ ঘূৰি তেওঁক বিচাৰ কৰিছিল, তেতিয়া তেওঁ সিবিলাকক আপোনাকে পাবলৈ দিছিল। [৫] আৰু সেই সেই সময়ত যি মানুহ বাহিৰলৈ গৈছিল, আৰু যি মানুহ ভিতৰলৈ আহিছিল, দুয়ো কোনো শান্তি নেপাইছিল, কিন্তু দেশ-নিবাসী আটাই মানুহলৈ বড় বড় ক্লেশ ঘটিছিল। [৬] এক জাতিয়ে আন জাতিৰে সৈতে, আৰু এখন নগৰে আন নগৰে সৈতে খুন্দা খাইছিল; কিয়নো ঈশ্বৰে সিহঁতক সকলো প্ৰকাৰ সঙ্কটত পেলাই ক্লেশ দিছিল। [৭] কিন্তু এতিয়া তোমালোকে সাহ কৰা, তোমালোকৰ হাত শিথিল নহওক; কিয়নো তোমালোকক আপোনাবিলাকৰ কাৰ্য্যৰ পুৰস্কাৰ দিয়া যাব। [৮] তেতিয়া আচাই এই সকলো বাক্য, অৰ্থাৎ ওদেদ ভাববাদীৰ ভাববাণী শুনি সাহ পাই, যিহুদাৰ আৰু বিন্যামীনৰ গোটেই দেশৰ পৰা, আৰু ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত তেওঁ হাত কৰি লোৱা নগৰবোৰৰ পৰাও ঘিণলগীয়া বস্তুবোৰ দূৰ কৰিলে; আৰু যিহোৱাৰ গৃহৰ বাৰাণ্ডাৰ আগত থকা যিহোৱাৰ যজ্ঞবেদিটো নতুনকৈ সাজিলে। [৯] পাছে তেওঁ গোটেই যিহুদা আৰু বিন্যামীনক, আৰু সিবিলাকৰ মাজত প্ৰবাস কৰা ইফ্ৰয়িম, মনচি, আৰু চিমিয়োনৰ পৰা অহা লোকবিলাকক গোটালে; কিয়নো তেওঁৰ ঈশ্বৰ যিহোৱা তেওঁৰ লগত থকা দেখি, ইস্ৰায়েলৰ মাজৰ পৰা অনেক অনেক লোক আহি তেওঁৰ ফলীয়া হৈছিল। [১০] এই ৰূপে আচাৰ ৰাজত্বৰ পঞ্চদশ বছৰৰ তৃতীয় মাহত সিবিলাকে যিৰূচালেমত গোট খালে। [১১] আৰু সেই সময়ত সিবিলাকে লুটি অনা বস্তুৰ পৰা সাত শ গৰু, আৰু সাত হাজাৰ মেৰ ও ছাগ যিহোৱাৰ উদ্দেশে বলিদান কৰিলে। [১২] আৰু সিবিলাকে আপোনাবিলাকৰ সকলো চিত্তেৰে সকলো মনেৰে আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাক বিচাৰিবলৈ এটা নিয়ম কৰিলে; সৰু কি বড়, মটা কি তিৰুতা, [১৩] যি কোনোৱে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাক বিচাৰ নকৰিব, তাৰ প্ৰাণদণ্ড হব, ইয়াকে সিবিলাকে

স্থির করিলে। [14] সিবিলাকে বড় মাতেরে জয়ধ্বনি করি, তুরী আৰু শিঙ্গা বজাই যিহোৱাৰ সাক্ষাতে শপথ করিলে। [15] এই শপথত গোটেই যিহুদাই আনন্দ করিলে; কিয়নো সিবিলাকে আপোনাবিলাকর সকলো মনেরে সৈতে শপথ করিলে, আৰু সম্পূর্ণরূপে ইচ্ছামনেরে তেওঁক বিচার করিলে; তাতে তেওঁ সিবিলাকক আপোনাকে পাবলৈ দিলে; আৰু যিহোৱাই চারিওফালে সিবিলাকক জিরণি দিলে। [16] আৰু আচা রজার বুঢ়ী মাক মাখাই আচেরা মূর্ত্তি বুলি এটা ঘিণলগীয়া প্রতিমা স্থাপন করিছিল দেখি, আচা রজাই তেওঁর রাজমাও-পদ গুচালে, আৰু তেওঁ স্থাপন করা মূর্ত্তিকো কাটি পেলালে, আৰু তাক গুড়ি করি কিদ্রোণ জুরীর কোমত পুরি পেলালে। [17] কিন্তু ইস্রায়েলর মাজর পরা ওখ ঠাইবোর গুচুউৱা নহল; তথাপি আচার মন আপোন আয়ুসর সকলো কালত সিদ্ধ আছিল। [18] আৰু তেওঁ আপোন পিতৃয়ে পবিত্র করা, আৰু নিজেও পবিত্র করা বস্তু, অর্থাৎ রূপ, সোণ, আৰু পাত্রবোর ঈশ্বরর গৃহলৈ আনিলে। [19] আচার রাজত্বর পঁয়ত্রিশ বছরর বছরিলৈকে আৰু যুদ্ধ নহল।

১৬ আচার রাজত্বর ছয়ত্রিশ বছরর বছরি, যিহুদার রজা আচার ফাললৈ কাকো অহাযোৱা করিবলৈ নিদিবর আশয়েরে, ইস্রায়েলর রজা বাচাই যিহুদার বিরুদ্ধে যাত্রা করি, রামা দৃঢ় করিবলৈ ধরিলে। [2] তাতে আচাই যিহোৱার গৃহর আৰু রাজগৃহর ভঁড়ালর পরা রূপ আৰু সোণ উলিয়াই দম্মেচকত থকা অরামীয়া বিন-হদদ রজার ওচরলৈ পঠাই এই কথা কোৱালে, বোলে, [3] মোর পিতৃ আৰু আপোনার পিতৃর মাজত যেনে নিয়ম বন্ধা আছিল, তেনে নিয়ম মোর আৰু আপোনার মাজত বন্ধা আছে; দেখোক, ময় আপোনালৈ কিছু রূপ আৰু সোণ পঠাইছোঁ; আপুনি গৈ, ইস্রায়েলর বাচা রজা মোর ওচরর পরা গুচি যাবর নিমিত্তে, আপুনি তেওঁর লগত বন্ধা নিয়মটো ভাঙোক। [4] তাতে বিন-হদদে আচা রজার কথা শুনি, ইস্রায়েলর নগরবোরর বিরুদ্ধে আপোন সৈন্যসামন্তর সেনাপতিবিলাকক পঠাই, ইয়োন, দান, আবেল-ময়িম, আৰু নপ্তালীর সকলো ভঁরাল-নগর আঘাত করিলে। [5] তেতিয়া বাচাই এই সম্বাদ পাই রামা দৃঢ় করিবলৈ এরিলে, আৰু আপোন কার্য্যর পরা ক্ষান্ত হল। [6] পাছে আচা রজাই গোটেই যিহুদাক লগত লৈ গল; আৰু বাচাই যি শিল আৰু কাঠবোরেরে রামা দৃঢ় করিছিল, রামার সেই শিল আৰু কাঠবোর সিবিলাকে লৈ গল, আৰু তেওঁ তার দ্বারায় গেবা আৰু মিস্পা দৃঢ় করিলে। [7] সেই সময়ত হনানী দর্শকে যিহুদার আচা রজার ওচরলৈ আহি তেওঁক কলে, তুমি আপোন ঈশ্বর যিহোৱার ওপরত নির্ভর নকরি অরামর রজার ওপরত নির্ভর করিলা; এই কারণে অরামর রজার সৈন্যসামন্ত তোমার হাতর পরা সারিল। [8] কূচীয়া আৰু লূবীয়া লোকবিলাক অতিশয় অধিক রথ আৰু অশ্বারোহী সৈন্যে সৈতে মহা-সৈন্যসমূহ জানো নাছিল? তথাপি তুমি যিহোৱার ওপরত নির্ভর করাতে, তেওঁ সিহঁতক তোমার হাতত সমর্পণ করিছিল। [9] কিয়নো, যিহোৱালৈ যিবিলাকর মন সিদ্ধ, সিবিলাকর পক্ষে আপোনাকে বলবান দেখুৱাবর নিমিত্তে, তেওঁর চকু পৃথিবীর চারিওফালে ভ্রমণ করে। ইয়াতে তুমি অজ্ঞানর কার্য্য করিলা; কিয়নো ইয়ার পাছে বারে বারে তোমার বিরুদ্ধে যুদ্ধ হব। [10] তেতিয়া আচাই সেই দর্শকর ওপরত বেজার পাই তেওঁক বন্দীশালত থলে; কিয়নো সেই কথাতে দর্শকর ওপরত তেওঁর খং উঠিছিল। সেই সময়ত আচাই প্রজাবিলাকর মাজর কিছুমান লোকক অত্যাচার করিলে। [11] আৰু দেখা, আচার আদ্যোপান্ত বৃত্তান্ত যিহুদার আৰু ইস্রায়েলর রজাবিলাকর ইতিহাস-পুস্তকখনিত লিখা আছে। [12] আচার রাজত্বর উনচল্লিশ বছরর বছরি তেওঁর ভরিত বেমার হল; তেওঁর বেমার অতি টান হল; তথাপি বেমারর কালতো তেওঁ যিহোৱাক বিচার নকরি বেজবিলাকক্হে বিচারিলে। [13] পাছে আচা আপোন ওপর-পিতৃবিলাকর লগত নিদ্রিত হল; তেওঁ আপোনার রাজত্বর একচল্লিশ বছরর বছরি মরিল। [14] পাছে তেওঁ দায়ূদর নগরত আপোনার নিমিত্তে যি মৈদাম খানিছিল, তার ভিতরত মানুহবিলাকে তেওঁক মৈদাম দিলে,

গন্ধ-বণিকবিলাকৰ কাৰ্য্যেৰে যুগুত কৰা নানা বিধৰ সুগন্ধি দ্ৰব্যেৰে পৰিপূৰ্ণ শয্যাত তেওঁক শয়ন কৰালে; আৰু তেওঁৰ কাৰণে অতিশয় অধিকৈকৈ সুগন্ধি দ্ৰব্য জ্বলালে।

যিহোচাফটৰ ৰাজত্ব। দেশৰ উন্নতিলৈ তেওঁৰ চেষ্টা। ৰামোৎ-গিলিয়দত তেওঁৰ যুদ্ধ লগা।

**১৭** পাছে তেওঁৰ পুত্ৰ যিহোচাফটে তেওঁৰ পদত ৰজা হৈ, ইস্ৰায়েলৰ বিৰুদ্ধে আপোনাকে বলবান কৰিলে। ২ তেওঁ গড়েৰে আবৃত যিহূদাৰ আটাই নগৰবোৰত ফৌজ ৰাখিলে, আৰু যিহূদা দেশত ও তেওঁৰ পিতৃ আচাই হাত কৰি লোৱা ইফ্ৰয়িমৰ নগৰবোৰত সৈন্যদল ৰাখিলে। ৩ আৰু যিহোৱা যিহোচাফটৰ লগত আছিল; কাৰণ তেওঁ আপোন ওপৰ-পিতৃ দায়ূদৰ প্ৰথম কালৰ পথত চলি, বাল দেৱতাবোৰক নিবিচাৰিলে, ৪ কিন্তু আপোন পৈতৃক ঈশ্বৰক বিচাৰিলে, আৰু ইস্ৰায়েলৰ কাৰ্য্যৰ দৰে নকৰি তেওঁৰ সকলো আজ্ঞা অনুসাৰে চলিলে। ৫ এই হেতুকে যিহোৱাই তেওঁৰ হাতত ৰাজ্য দৃঢ় কৰিলে; আৰু গোটেই যিহূদাই যিহোচাফটলৈ উপহাৰ আনিলে; আৰু তেওঁৰ ধন ও মান মৰ্য্যাদা অতি অধিক হল। ৬ যিহোৱাৰ পথত তেওঁৰ মন বাঢ়ি গল; তাত বাজে তেওঁ যিহূদাৰ মাজৰ পৰা ওখ ঠাই আৰু আচেৰা মূৰ্ত্তিবোৰ গুচালে। ৭ পাছে তেওঁ আপোনাৰ ৰাজত্বৰ তৃতীয় বছৰত বিন-হয়িল, ওবদিয়া, জখৰিয়া, নথনেল, আৰু মীখায়া, এই কেইজন প্ৰধান লোকক যিহূদাৰ আটাই নগৰবোৰত শিক্ষা দিবৰ নিমিত্তে পঠাই দিলে; ৮ আৰু সিবিলাকে সৈতে চময়িয়া, নথনিয়া, জবদিয়া, অচাহেল, চমীৰামোৎ, যিহোনাথন, অদোনিয়া, টোবিয়া, আৰু টোব-অদোনিয়া, এইবিলাক লেবীয়া মানুহক, আৰু সিবিলাকৰ লগত ইলীচামা আৰু যিহোৰাম পুৰোহিতক পঠালে। ৯ তাতে তেওঁবিলাকে যিহোৱাৰ ব্যৱস্থা-পুস্তকখনি লগত লৈ যিহূদাত শিক্ষা দিবলৈ ধৰিলে; আৰু তেওঁবিলাকে যিহূদাৰ সকলো নগৰতে ফুৰি লোকবিলাকৰ মাজত শিক্ষা দিলে। ১০ তেতিয়া যিহূদাৰ চাৰিওফালে থকা দেশৰ সকলো ৰাজ্যত যিহোৱাৰ পৰা এনে ভয় উপস্থিত হল, যে, সিহঁতে যিহোচাফটৰ লগত যুদ্ধ নকৰিলে। ১১ আৰু পলেষ্টীয়াবিলাকৰো কেতবিলাক লোকে যিহোচাফটলৈ উপহাৰ, আৰু কৰৰ ৰূপ আনিলে; আৰু আৰবীয়া লোকেও তেওঁলৈ পশুৰ জাক, অৰ্থাৎ সাত শ মটা মেৰ, আৰু সাত হাজাৰ সাত শ মটা ছাগ আনিলে। ১২ এই ৰূপে যিহোচাফটে বঢ়কৈ বৃদ্ধি পালে; আৰু যিহূদাত অনেক দুৰ্গ আৰু ভঁৰাল-নগৰ সাজিলে। ১৩ আৰু যিহূদাৰ নগৰবোৰৰ মাজত তেওঁ কৰা অনেক কাৰ্য্য আছিল, আৰু যিৰূচালেমত তেওঁৰ পৰাক্ৰমী যুদ্ধাৰু বীৰপুৰুষ আছিল। ১৪ সিবিলাকৰ পিতৃ-বংশ অনুসাৰে সিবিলাকৰ লেখ এই; যিহূদাৰ সহস্ৰপতিবিলাকৰ মাজত অদনা প্ৰধান আছিল, আৰু তেওঁৰ লগত তিনি লাখ পৰাক্ৰমী বীৰপুৰুষ আছিল; ১৫ তেওঁৰ পাছত যিহোহানন সেনাপতি, তেওঁৰ লগত দুই লাখ আশী হাজাৰ লোক আছিল; ১৬ তেওঁৰ পাছত আপোনাকে ইচ্ছামনেৰে উৎসৰ্গ কৰা জিখ্ৰীৰ পুত্ৰ অমচিয়া, তেওঁৰ লগত দুই লাখ পৰাক্ৰমী বীৰপুৰুষ আছিল; ১৭ বিন্যামীনৰ মাজত পৰাক্ৰমী বীৰপুৰুষ ইলিয়াদা, তেওঁৰ লগত দুই লাখ ধনু আৰু ঢাল ধৰা লোক আছিল; ১৮ আৰু তেওঁৰ পাছত যিহোজাবদ, তেওঁৰ লগত যুদ্ধলৈ সাজু হোৱা এক লাখ আশী হাজাৰ লোক আছিল। এওঁবিলাকে ৰজাৰ পৰিচৰ্য্যা কৰে; ১৯ এওঁবিলাকৰ বাহিৰেও ৰজাই যিহূদাৰ সকলো ফালে গড়েৰে আবৃত নগৰবোৰত সেনাপতিবিলাকক ৰাখিলে।

**১৮** যিহোচাফটৰ অধিক ধন আৰু মান মৰ্য্যাদা হল; আৰু তেওঁ আহাবৰ লগত মিতিৰ পাতিলে। ২ কেইবছৰমানৰ পাছত তেওঁ চমৰিয়ালৈ আহাবৰ ওচৰলৈ নামি গলত, আহাবে তেওঁৰ আৰু তেওঁৰ লগৰ মানুহবিলাকৰ নিমিত্তে অনেক মেৰ, ছাগ, আৰু গৰু মাৰিলে, আৰু তেওঁৰ লগত ৰামোৎ-গিলিয়দলৈ যাবলৈ তেওঁৰ প্ৰবৃত্তি জন্মালে। ৩ ইস্ৰায়েলৰ আহাব ৰজাই যিহূদাৰ যিহোচাফট ৰজাক কলে, আপুনি ৰামোৎ-গিলিয়দলৈ মোৰ লগত যাব নে? তাতে তেওঁ কলে, আপুনি যেনে মইো তেনে, মোৰ প্ৰজা যেনে, আপোনাৰ প্ৰজাও তেনে; সেই

যুদ্ধত আমি আপোনার সহায় হম। [৪] পাছে যিহোচাফটে ইস্রায়েলর রজার আগত আৰু কলে, ময় বিনয় কৰোঁ, যিহোৱার বাক্য কি, তাক আজি সোধোক। [৫] তাতে ইস্রায়েলর রজাই ভাববাদীবিলাকক অর্থাৎ চারি শ লোকক গোটাই সিবিলাকক সুধিলে, আমি রামোৎ-গিলিয়দলৈ যুদ্ধ করিবলৈ যাম নে, নাইবা ময় ক্ষান্ত হম? তাতে সিহঁতে কলে, যাওক; কিয়নো ঈশ্বরে মহারাজর হাতত তাক সমর্পণ করিব। [৬] পাছে যিহোচাফটে কলে, আমি যাক সুধিব পারোঁ, যিহোৱার এনে কোনো ভাববাদী আৰু ইয়াত আছে নে? [৭] তাতে ইস্রায়েলর রজাই যিহোচাফটক কলে, আমি যার দ্বারায় যিহোৱাক সুধিব পারোঁ, এনে এজন আৰু আছে; কিন্তু ময় তাক ঘিণ করোঁ; কিয়নো সি মোর বিষয়ে কেতিয়াও মঙ্গলর ভাববাণী প্রচার নকরে, সদায় কেৱল অমঙ্গলহে প্রচার করে; সি যিম্লার পুতেক মীখায়া। তাতে যিহোচাফটে কলে, মহারাজে তেনে কথা নকওক। [৮] তেতিয়া ইস্রায়েলর রজাই আপোনার এজন নপুংসকক মাতি আজ্ঞা দি কলে, যিম্লার পুতেক মীখায়াক বেগাই আন্‌গৈ। [৯] সেই সময়ত ইস্রায়েলর রজা আৰু যিহূদার যিহোচাফট রজাই আপোন আপোন রাজবস্ত্র পিন্ধি, চমরিয়ার প্রবেশস্থানর ওচরর এখন মুকলি ঠাইত আপোন আপোন সিংহাসনত বহি আছিল, আৰু আটাই ভাববাদীবিলাকে তেওঁবিলাকর আগত ভাববাণী প্রচার করি আছিল। [১০] বিশেষকৈ কনানার পুতেক চিদিকিয়াই আপোনার নিমিত্তে লোহার শিঙ্গ এযোর সাজি লৈ কলে, যিহোৱাই এই রূপে কৈছে, ইয়ার দ্বারায় আপুনি অরামীয়াবিলাকক সংহার নকরালৈকে খুঁচি থাকিব। [১১] আৰু আন সকলো ভাববাদীবিলাকেও সেই রূপেই ভাববাণী প্রচার করি কলে, আপুনি রামোৎ-গিলিয়দলৈ যাওক; তাতে আপুনি কৃতকার্য্য হব; কিয়নো যিহোৱাই তাক মহারাজর হাতত সোধাই দিব। [১২] পাছে যি দূতে মীখায়াক মাতিবলৈ গৈছিল, সি তেওঁক কলে, দেখা, ভাববাদীবিলাকে একে মুখেরে রজার আগত মঙ্গলর কথা কৈছে; ময় বিনয় করোঁ, তোমার বাক্যও তেওঁবিলাকর এজনর বাক্যর নিচিনা হওক; তুমিও মঙ্গলর বাক্য কবা। [১৩] তাতে মীখায়াই কলে, যিহোৱার জীৱনর শপথ, মোর ঈশ্বরে মোক যিহকে কব, ময় তাকহে কম। [১৪] পাছে তেওঁ রজার ওচরলৈ আহিলত, রজাই তেওঁক সুধিলে, হে মীখায়া, আমি যুদ্ধ করিবলৈ রামোৎ-গিলিয়দলৈ যাম নে, নাইবা ময় ক্ষান্ত হম? তাতে তেওঁ কলে, যাওক, আপোনালোক কৃতকার্য্য হব, আৰু সিহঁতক আপোনাবিলাকর হাতত সমর্পণ করা হব। [১৫] তেতিয়া রজাই তেওঁক কলে, তুমি যিহোৱার নামেরে মোক কেৱল সত্য বাক্য কবলৈ, ময় তোমাক কিমান্‌বার শপথ খুৱাম? [১৬] তাতে তেওঁ কলে, ময় গোটেই ইস্রায়েলক রখীয়া নোহোৱা মেরর জাকর নিচিনাকৈ পর্ব্বতবোরর ওপরত ছিন্নভিন্ন হৈ থকা দেখিলোঁ, আৰু যিহোৱাই কলে, সেইবিলাকর গরাকী নাই; সিহঁত প্রতিজনে আপোন আপোন ঘরলৈ কুশলে উভটি যাওক। [১৭] পাছে ইস্রায়েলর রজাই যিহোচাফটক কলে, সি মোর বিষয়ে মঙ্গলর ভাববাণী প্রচার নকরি কেৱল অমঙ্গলহে প্রচার করিব, ইয়াক জানো ময় পূর্ব্বেই আপোনার আগত কোৱা নাই? [১৮] মীখায়াই আৰু কলে, বারু, তোমালোকে যিহোৱার বাক্য শুনা, ময় যিহোৱাক আপোন সিংহাসনত বহি থকা দেখিলোঁ; তেওঁর সোঁফালে আৰু বাওঁফালে স্বর্গর সকলো বাহিনী থিয় হৈ আছে। [১৯] তার পাছে যিহোৱাই কলে, ইস্রায়েলর আহাব রজা গৈ রামোৎ-গিলিয়দত পতিত হবর নিমিত্তে কোনে তেওঁর প্রবৃত্তি জন্মাব? তেতিয়া কোনোৱে এক ভাবে আৰু আন কোনোৱে আন ভাবে কলে। [২০] শেষত এক আত্মাই ওলাই আহি যিহোৱার সাক্ষাতে থিয় হৈ কলে, ময়ে তেওঁর প্রবৃত্তি জন্মাম। তাতে যিহোৱাই কলে, কিহেরে? [২১] সি কলে, ময় গৈ তেওঁর আটাই ভাববাদীবিলাকর মুখত মিছা কওঁতা আত্মা হম। তেতিয়া তেওঁ কলে, হয়, তুমি তেওঁর প্রবৃত্তি জন্মাবা, আৰু কৃতকার্য্যও হবা; ওলাই যোৱা, সেই রূপে করাগৈ। [২২] এই হেতুকে, দেখা, যিহোৱাই তোমার এই সকলো ভাববাদীবিলাকর মুখত মিছা কওঁতা এক আত্মা দিলে; কিন্তু যিহো-

রাই তোমার বিষয়ে অমঙ্গলর কথা কলে। [২৩] তেতিয়া কনানার পুতেক চিদিকিয়াই ওচরলৈ আহি মীখায়ার গালত চর মারি কলে, তোক কথা কবর নিমিত্তে যিহোৱার আত্মা মোর পরা কোন পথেদি গল? [২৪] তাতে মীখায়াই কলে, দেখা, যি দিনা তুমি লুকাবর নিমিত্তে ভিতর-খোঁটালীলৈ সোমাই যাবা, সেই দিনাই তাক জানিবা। [২৫] পাছে ইস্রায়েলর রজাই আজ্ঞা করিলে, মীখায়াক ধরি নগরর অধ্যক্ষ অমোনর আরু রাজকোঁৱরর যোৱাচর ওচরলৈ আকৌ লৈ যা, [২৬] আরু কবি, রজাই এই রূপে কৈছে, ইয়াক বন্দীশালত বন্ধ করি থোৱা, আরু ময় কুশলে নাহোঁমানে, ইয়াক খাবর নিমিত্তে কষ্টযুক্ত অন্ন আরু কষ্টযুক্ত জল দিয়া। [২৭] তাতে মীখায়াই কলে, তুমি যদি কোনো রূপে কুশলে উলটি অাহাঁ, তেন্তে যিহোৱাই মোর মুখে বাক্য কোৱা নাই। তেওঁ আরু কলে, হে জাতিবিলাক, ইয়াক সকলোৱে শুনা।

[২৮] তার পাছে ইস্রায়েলর রজা আরু যিহুদার যিহোচাফট রজা রামোৎ-গিলিয়দলৈ গল। [২৯] পাছে ইস্রায়েলর রজাই যিহোচাফটক কলে, ময় অন্য বেশ ধরি যুদ্ধত সোমাম; কিন্তু আপুনি হলে আপোনার রাজবস্ত্র পিন্ধোক। তেতিয়া ইস্রায়েলর রজাই অন্য বেশ ধরিলত, তেওঁবিলাক যুদ্ধত সোমাল। [৩০] কিন্তু অরামর রজাই আপোনার রথর অধ্যক্ষবিলাকক এই আজ্ঞা দিছিল, বোলে, তোমালোকে ইস্রায়েলর রজার বাহিরে সরু কি বড় আন কারো লগত যুদ্ধ নকরিবা। [৩১] এই হেতুকে রথর অধ্যক্ষবিলাকে যিহোচাফটক দেখি, এরেঁই ইস্রায়েলর রজা, এই বুলি তেওঁর লগত যুদ্ধ করিবলৈ একলীয়া হৈ গল; তাতে যিহোচাফটে এটাহ পারিবলৈ ধরিলে। (যিহোৱাই তেওঁক সহায় করিলে; আরু ঈশ্বরে তেওঁর ওচরর পরা আঁতর হৈ যাবলৈ সিহঁতর মনত প্রবৃত্তি জন্মালে।) [৩২] তেতিয়া রথর অধ্যক্ষবিলাকে তেওঁক ইস্রায়েলর রজা নহয় বুলি জানি, তেওঁর পাছত খেদি যাবলৈ এরিলে। [৩৩] কিন্তু কোনো এটা মানুহে কোনো জনক মারিবলৈ ধনুর জোঁর টানি দৈবক্রমে ইস্রায়েলর রজার কবচ আরু উদর-রক্ষার জোরাতে কাঁর মারিলে; তাতে তেওঁ আপোনার সারথিক কলে, তোমার হাত ঘুরাই সৈন্যর মাজর পরা মোক উলিয়াই নিয়া; কিয়নো ময় বড়কৈ খুন হলোঁ। [৩৪] সেই দিনা বড় যুদ্ধ হল; কিন্তু গধূলি নহয়মানলৈকে অরামীয়াবিলাকর আগত ইস্রায়েলর রজাক রথত থিয়কৈ রখা হল; আরু প্রায় সূর্য্য মার যোৱা সময়ত তেওঁ মরিল।

**১৯** পাছে যিহুদার যিহোচাফট রজা কুশলে যিরূচালেমলৈ আপোনার ঘরলৈ উলটি আহিলত, [২] হনানীর পুত্র যেহূ দর্শকে তেওঁর লগত সাক্ষাৎ করিবলৈ গৈ, যিহোচাফট রজাক কলে, দুর্জ্জনর সহায় করা আরু যিহোৱাক ঘিণ করোঁতাবিলাকক প্রেম করা জানো তোমার উচিত? এই কারণে তোমার ওপরত যিহোৱার ক্রোধ আছে। [৩] তথাপি, তুমি দেশর পরা আচেরা মূর্ত্তিবোর উচ্ছন্ন করাত, আরু ঈশ্বরক বিচারিবলৈ আপোন মন যুগুত করাতে তোমার কিছু সদ্ভাব পোৱা গল।

[৪] তার পাছে যিহোচাফটে যিরূচালেমত বসতি করিলে; আরু তেওঁ পুনরায় ওলাই বের-চেবার পরা ইফ্রয়িম পর্ব্বতীয়া অঞ্চলৈকে লোকবিলাকর মাজত ফুরি, সিবিলাকর ওপর-পিতৃবিলাকর ঈশ্বর যিহোৱার ফাললৈ সিবিলাকক ওলোটাই আনিলে। [৫] আরু দেশর ভিতরত, গড়েরে আবৃত যিহুদার আটাই নগরবোরর ভিতরত প্রত্যেক নগরত তেওঁ এজন এজন বিচারকর্ত্তা নিযুক্ত করি, [৬] বিচার-কর্ত্তাবিলাকক কলে, তোমালোকে যি করিবা, তাক সাৱধান হৈ করিবা; কিয়নো তোমালোকে মানুহ-বিলাকর নিমিত্তে নহয়, কিন্তু যিহোৱার নিমিত্তেহে বিচার করিবা; আরু বিচারত তেওঁ তোমালোকর সহায়কারী। [৭] এতেকে এতিয়া তোমালোকে যিহোৱালৈ ভয় রাখিবা; তোমালোকে সাৱধান হৈ কার্য্য করা; কিয়নো আমার ঈশ্বর যিহোৱার গুরিত অন্যায়, কি মুখ চোৱা, কি ভেঁটি খোৱা নহয়। [৮] ইয়াত বাজে, যিহোচাফটে যিরূচালেমতো যিহোৱা-সম্বন্ধীয় বিচারর অর্থে আরু বিবাদ ভাঙ্গিবর অর্থে লেবীয়াবিলাকর, পুরোহিতবিলাকর, আরু ইস্রায়েলর পিতৃ-বংশর মূল মানুহবিলাকর কেইজনমানক নিযুক্ত

কৰিলে। [৯] সিবিলাক যিৰূচালেমলৈ উলটি অহাৰ পাছে, তেওঁ সেই নিযুক্ত লোকবিলাকক এই আজ্ঞা দিলে, বোলে, তোমালোকে যিহোৱালৈ ভয় ৰাখি বিশ্বাসীৰূপে সিদ্ধ মনেৰে এই ৰূপে কাৰ্য্য কৰিবা। [১০] ৰক্তপাতৰ বিষয়ে, আৰু ব্যৱস্থা ও আজ্ঞাৰ, আৰু বিধি ও শাসনপ্ৰণালীৰ বিষয়ে যি কোনো গোচৰ, আপোন আপোন নগৰত বাস কৰা তোমালোকৰ ভাইবিলাকৰ পৰা তোমালোকৰ গুৰিত উপস্থিত হব, সেই বিষয়ে তোমালোকে সিবিলাকক উপদেশ দিবা; তাতে সিবিলাক যিহোৱাৰ বিৰুদ্ধে দোষী নহব, আৰু তোমালোকৰ ওপৰত, আৰু তোমালোকৰ ভাইবিলাকৰ ওপৰত তাৰ নিমিত্তে যিহোৱাৰ ক্ৰোধ নেথাকিব; ইয়াকে কৰা, তেতিয়া তোমালোক দোষী নহবা। [১১] আৰু দেখা, যিহোৱাৰ সকলো বিচাৰত প্ৰধান পুৰোহিত অমৰিয়া, আৰু ৰজাৰ আটাই বিচাৰত যিহূদা-বংশীয় অধ্যক্ষ ইশ্মায়েলৰ পুত্ৰ জবদিয়া তোমালোকৰ ওপৰত নিযুক্ত আছে; আৰু লেবীয়াবিলাকো তোমালোকৰ আগত শাসনকৰ্ত্তা হৈ থাকিব। তোমালোকে সাহ দি কাৰ্য্য কৰা, আৰু যিহোৱা সাধু লোকৰ সঙ্গী হওক।

মোৱাবীয়া, অম্মোনীয়া আদি নানা জাতিৰ পৰা লোকবিলাক ৰক্ষা পোৱা।

**২০** পাছে মোৱাবৰ সন্তানবিলাক, অম্মোনৰ সন্তানবিলাক, [২] আৰু সিহঁতৰ লগত কিছুমান মায়োনীয়া লোকে যিহোচাফটৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আহিলত, মানুহবিলাকে আহি যিহোচাফটক এই সম্বাদ দিলে, বোলে, সাগৰৰ সিপাৰে থকা অৰামৰ পৰা অতিশয় অধিক লোকসমূহ আপোনাৰ বিৰুদ্ধে আহিছে; দেখোক, সিহঁত হচচোন-তামৰত, অৰ্থাৎ অয়িনগদীত আছে। [৩] তাতে যিহোচাফটে ভয় কৰি যিহোৱাক বিচাৰিবলৈ ঠাৱৰ কৰিলে, আৰু যিহূদাৰ সকলো ফালে উপবাস ঘোষণা কৰিলে। [৪] আৰু যিহূদাৰ লোকবিলাকে যিহোৱাৰ আগত সাহায্য যাজ্ঞা কৰিবলৈ গোট খালে; যিহূদাৰ আটাই নগৰৰ পৰা লোকবিলাকে যিহোৱাক বিচাৰ কৰিবলৈ আহিল। [৫] পাছে যিহোচাফটে যিহোৱাৰ গৃহৰ নতুন চোঁতালখনৰ আগত যিহূদাৰ আৰু যিৰূচালেমৰ সমাজৰ মাজত থিয় হৈ কলে, [৬] হে আমাৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱা, তুমিয়েই জানো স্বৰ্গত থকা ঈশ্বৰ নোহোৱা? আৰু তুমিয়েই জানো জাতিবিলাকৰ সকলো ৰাজ্যৰ ওপৰত শাসনকৰ্ত্তা নোহোৱা? তোমাৰেই হাতত শক্তি আৰু পৰাক্ৰম থকাত, তোমাৰ অহিতে কোনেও থিয় হব নোৱাৰে। [৭] হে আমাৰ ঈশ্বৰ, তুমিয়েই জানো আপোন প্ৰজা ইস্ৰায়েল লোকবিলাকৰ আগৰ পৰা এই দেশ-নিবাসীবিলাকক দূৰ কৰি আপোন বন্ধু অব্ৰাহামৰ বংশক সদাকালৰ নিমিত্তে এই দেশ দিয়া নাই? [৮] সিবিলাকে এই দেশত বসতি কৰি আছে; আৰু তাৰ মাজত আপোনাৰ নামৰ নিমিত্তে এক ধৰ্ম্মধাম সাজি কলে, [৯] তৰোৱাল, বা বিচাৰসিদ্ধ দণ্ড, বা মহামাৰী, বা আকাল, এই এই অমঙ্গল যদি আমালৈ ঘটিব, তেন্তে আমি এই গৃহৰ আগত, আৰু তোমাৰ আগত (কিয়নো এই গৃহত তোমাৰ নাম আছে,) থিয় হৈ, সঙ্কটৰ কালত তোমাৰ আগত কাতৰোক্তি কৰিম; তাতে তুমি তাক শুনি উদ্ধাৰ কৰিবা। [১০] এতিয়া দেখা, ইস্ৰায়েল মিচৰ দেশৰ পৰা অহা কালত তুমি যিবিলাকৰ দেশত ইস্ৰায়েলক সোমাবলৈ নিদিলা, আৰু ইস্ৰায়েলে সিহঁতৰ পৰা এফলীয়া হৈ গৈ সিহঁতক বিনষ্ট নকৰিলে, সেই অম্মোনৰ আৰু মোৱাবৰ সন্তানবিলাক, আৰু চেয়ীৰ পৰ্ব্বতীয়া লোকবিলাক আহিছে। [১১] আৰু দেখা, তুমি যি আধিপত্য আমাক দিলা, তোমাৰ সেই আধিপত্যৰ পৰা সিহঁতে আমাক খেদাই দিবলৈ আহি উপকাৰৰ সলনি আমাৰ কেনে অপকাৰ কৰিছে! [১২] হে আমাৰ ঈশ্বৰ, তুমি সিহঁতৰ বিচাৰ নকৰিবা নে? কিয়নো আমাৰ অহিতে সেই যি অতিশয় অধিক লোকসমূহ আহিছে, সিহঁতৰ বিৰুদ্ধে আমাৰ নিজৰ কোনো সমৰ্থ নাই; আৰু কি কৰিব লাগিব, তাক আমি নেজানো, কেৱল তোমালৈ চাই আছোঁ। [১৩] এই ৰূপে শিশু, তিৰুতা, আৰু সন্তানবিলাকে সৈতে গোটেই যিহূদা যিহোৱাৰ সাক্ষাতে থিয় হল। [১৪] এনে সময়ত সমাজৰ মাজৰ মত্তনিয়াৰ বৃদ্ধ পৰিনাতি যিয়ীয়েলৰ

পরিনাতি বনায়ার নাতি জখরিয়ার পুত্র যহজীয়েল নামেরে আচফর বংশর এজন লেবীয়া লোকত যিহোবার আত্মা স্থিতি হোৱাত, তেওঁ কলে, হে আটাই যিহূদা আরু যিরূচালেম-নিবাসীবিলাক, আরু হে মহারাজ যিহোচাফট, তোমালোকে কাণ দিয়া; [১৫] যিহোবাই তোমালোকক এই কথা কৈছে, তোমালোকে সেই অতিশয় অধিক লোকসমূহক দেখি ভয় নকরিবা আরু বিহ্বল নহবা; কিয়নো এই যুদ্ধ তোমালোকর নহয়, কিন্তু ঈশ্বরহে। [১৬] তোমালোকে কাইলৈ সিহঁতর বিরুদ্ধে নামি যাবা; দেখা, সিহঁত চীচলৈ উঠি যোৱা বাটেদি আহিছে; তোমালোকে যিরূৱেল অরণ্যর আগত উপত্যকার শেষ ভাগত সিহঁতক পাবা। [১৭] এই যুদ্ধত তোমালোকে যুদ্ধ করিব নেলাগিব; হে যিহূদা আরু যিরূচালেম-নিবাসীবিলাক, তোমালোকে শারী হৈ থির দি থাকি, তোমালোকর লগত থকা যিহোবাই করা নিস্তার দেখিবা; তোমালোকে ভয় নকরিবা আরু বিহ্বল নহবা; কাইলৈ সিহঁতর বিরুদ্ধে যাত্রা করিবা; কিয়নো যিহোবা তোমালোকর লগত আছে; [১৮] তেতিয়া যিহোচাফটে মাটিত মুখ দি প্রণিপাত করিলে, আরু যিহূদার আটাই লোক ও যিরূচালেম-নিবাসীবিলাকে যিহোবার আগত উবুরি হৈ পড়ি তেওঁক প্রণিপাত করিলে। [১৯] পাছে কহাতর বংশর আরু কোরহর বংশর লেবীয়াবিলাকে অতিশয় বড় মাতেরে ইস্রায়েলর ঈশ্বর যিহোবার প্রশংসা করিবলৈ উঠি থিয় হল। [২০] পাছে সিবিলাক রাতিপুৱাতে উঠি তকোৱার অরণ্যলৈ ওলাই গল; আরু ওলাই যোৱা কালত যিহোচাফটে থিয় হৈ কলে, হে যিহূদা আরু যিরূচালেম-নিবাসীবিলাক, মোলৈ কাণ দিয়া; তোমালোকে আপোন ঈশ্বর যিহোবাত বিশ্বাস করা, তাতে তোমালোক সুস্থির হবা; আরু তেওঁর ভাববাদীবিলাকত বিশ্বাস করা, তাতে তোমালোক কৃতকার্য্য হবা। [২১] তার পাছে তেওঁ লোকবিলাকে সৈতে মন্ত্রণা করি, রণলৈ সাজু হোৱাবিলাকর আগে আগে "যিহোবার স্তুতি গান করা; কিয়নো তেওঁর দয়া সদাকাললৈকে থাকে," এই কথা কৈ কৈ, যিহোবার উদ্দেশে গীত গাবলৈ, আরু পবিত্র শোভারে যিহোবার প্রশংসা করিবলৈ কেত্বিলাক মানুহ নিযুক্ত করিলে। [২২] পাছে, সিবিলাকে গীত গাবলৈ আরু প্রশংসা করিবলৈ আরম্ভ করিলত, যিহূদার বিরুদ্ধে অহা অম্মোনর আরু মোৱাবর সন্তানবিলাকর, আরু চেয়ীর পর্ব্বতীয়া লোকবিলাকর বিরুদ্ধে যিহোবাই গুপুত ঠাইত খাপ দি থকাবিলাকক নিযুক্ত করিলে; তাতে সিহঁত ঘাটিল। [২৩] কিয়নো অম্মোনর আরু মোৱাবর সন্তানবিলাকে নিঃশেষে বিনষ্ট আরু সংহার করিবলৈ, চেয়ীর-নিবাসীবিলাকর বিরুদ্ধে উঠিল; আরু সিহঁতে চেয়ীর-নিবাসীবিলাকক সংহার করার পাছে, আপোনাবিলাকর মাজতে ইজনে সিজনক বিনষ্ট করিলে। [২৪] পাছে যিহূদার লোকবিলাকে অরণ্যর প্রহরী-দুর্গলৈ গৈ, তার পরা সেই লোকসমূহর ফাললৈ মুখ ঘুরাই চাই দেখিলে, যে, সিহঁত মরা শ হৈ মাটিত পড়ি আছে, রক্ষা পোৱা এজনো নাই। [২৫] তেতিয়া যিহোচাফট আরু তেওঁর লোকবিলাকে সিহঁতর লুটদ্রব্য আনিবলৈ গৈ, শবর লগত বহুৎ সম্পত্তি আরু বহুমূল্য মণি পালে; আরু সিবিলাকে সেইবোর আপোনাবিলাকর নিমিত্তে সিহঁতর গার পরা উলিয়ালত, ইমান ধন হল, যে, সিবিলাকে সেই সকলোকে বৈ নিব নোৱারিলে; সেই লুটদ্রব্য ইমান অধিক আছিল, যে, তাক লৈ যাবলৈ সিবিলাকর তিন দিন লাগিল। [২৬] তার পাছে চতুর্থ দিনা সিবিলাকে বরাখা উপত্যকাত গোট খালে; কিয়নো সেই ঠাইতে সিবিলাকে যিহোবার ধন্যবাদ করিলে; এই কারণে আজিলৈকে সেই ঠাই বরাখা [ধন্যবাদ] উপত্যকা বুলি প্রখ্যাত আছে। [২৭] পাছে যিহূদার আরু যিরূচালেমর প্রতিজন লোকে, আরু সিবিলাকর অগ্রগামী যিহোচাফটে আনন্দেরে যিরূচালেমলৈ উলটি আহিবর নিমিত্তে মুখ ঘুরালে; কিয়নো যিহোবাই সিবিলাকর শত্রুবোরর ওপরত সিবিলাকক আনন্দিত করিছিল। [২৮] আরু সিবিলাকে নেবল, বীণা, আরু তূরী বজাই যিরূচালেমলৈ যিহোবার গৃহলৈ আহিল। [২৯] পাছে যিহোবাই ইস্রায়েলর শত্রুবোরর বিরুদ্ধে যুদ্ধ করা কথা আন আন দেশর সকলো রাজ্যর লোকে শুনি, ঈশ্বরর পরা ভয় পালে। [৩০] এই রূপে যিহো-

চাফটৰ ৰাজ্য সুস্থিৰ হল; কিয়নো তেওঁৰ ঈশ্বৰে তেওঁক চাৰিওফালে জিৰণি দিলে।

[31] যিহোচাফটে যিহূদাৰ ওপৰত ৰাজত্ব কৰিলে। তেওঁ পঁয়ত্ৰিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত পঁচিশ বছৰ ৰাজত্ব কৰিলে। তেওঁৰ মাকৰ নাম চিল্হীৰ জীয়েক অজূবা। [32] আৰু তেওঁ আপোন পিতৃ আচাৰ পথত চলিলে; তেওঁ তাৰ পৰা নুঘুৰি, যিহোৱাৰ সাক্ষাতে সদাচৰণ কৰিলে। [33] তথাপি ওখ ঠাইবোৰ গুচ্উৱা নহল; আৰু লোকবিলাকে তেতিয়াও আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰলৈ আপোন আপোন মন যুগুত নকৰিলে। [34] যিহোচাফটৰ অৱশিষ্ট বৃত্তান্তৰ আদ্যোপান্ত কথা ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকত তোলা হনানীৰ পুত্ৰ যেহূৰ ইতিহাস-পুস্তকখনিত লিখা আছে।

[35] ইয়াৰ পাছে যিহূদাৰ যিহোচাফট ৰজাই ইস্ৰায়েলৰ অতি দুৰাচাৰী অহজিয়া ৰজাৰ লগত যোগ দিলে; [36] বিশেষকৈ তেওঁ তৰ্চীচলৈ যাবৰ নিমিত্তে জাহাজ সাজিবৰ অৰ্থে তেওঁৰ লগত যোগ দিলে, আৰু তেওঁবিলাকে ইচিয়োন-গেবৰত কেইবাখনো জাহাজ সজালে। [37] তেতিয়া মাৰেচাৰ দোদাবাহুৰ পুত্ৰ ইলীয়েজৰে যিহোচাফটৰ বিৰুদ্ধে এই ভাববাণী প্ৰচাৰ কৰিলে, তুমি অহজিয়াৰ লগত যোগ দিলা; এই নিমিত্তে যিহোৱাই তোমাৰ কাৰ্য্য ভাঙ্গি পেলাইছে। তাতে সেই জাহাজবোৰ ভগ্ন হোৱাত তৰ্চীচলৈ যাব নোৱাৰিলে।

যোৰাম আৰু অহজিয়াৰ ৰাজত্ব।

**২১** পাছে যিহোচাফট আপোন ওপৰ-পিতৃবিলাকে সৈতে নিদ্ৰিত হল, আৰু দায়ূদৰ নগৰত আপোন ওপৰ-পিতৃবিলাকৰ লগত তেওঁক মৈদাম দিয়া হল; আৰু তেওঁৰ পুত্ৰ যিহোৰাম তেওঁৰ পদত ৰজা হল। [2] অজৰিয়া, যিহীয়েল, জখৰিয়া, অজৰিয়া, মীখায়েল, আৰু চফটিয়া নামেৰে যিহোচাফটৰ পুত্ৰ যিহোৰামৰ কেইবাজনো ভায়েক আছিল; সিবিলাক সকলোবেই ইস্ৰায়েলৰ ৰজা যিহোচাফটৰ পুত্ৰ। [3] সিবিলাকৰ পিতৃয়ে সিবিলাকৰ প্ৰতিজনক অধিক সম্পত্তি, অৰ্থাৎ ৰূপ, সোণ, বহুমূল্য বস্তু, আৰু যিহূদা দেশত থকা গড়েৰে আবৃত নগৰবোৰ দান কৰিলে; কিন্তু ৰাজ্য হলে, যিহোৰাম জ্যেষ্ঠ পুত্ৰ দেখি তেওঁক দিলে। [4] পাছে যিহোৰামে আপোনাৰ পিতৃৰ সিংহাসনত উঠি বলবান হৈ, আপোনাৰ ভায়েকবিলাকক, আৰু ইস্ৰায়েলৰ কেইবাজনো অধ্যক্ষক তৰোৱালেৰে বধ কৰিলে। [5] যিহোৰামে বত্ৰিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত আঁঠ বছৰ ৰাজত্ব কৰিলে। [6] তেওঁ আহাবৰ জীয়েকক বিবাহ কৰিছিল, এই কাৰণে তেওঁ আহাবৰ বংশৰ নিচিনাকৈ ইস্ৰায়েলৰ ৰজাবিলাকৰ পথত চলি, যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে। [7] তথাপি, দায়ূদৰ লগত যিহোৱাই কৰা নিয়মৰ কাৰণে, আৰু তেওঁক ও তেওঁৰ সন্তানবিলাকক সদাকাললৈকে এক প্ৰদীপ দিম বুলি তেওঁ প্ৰতিজ্ঞা কৰাৰ কাৰণে দায়ূদৰ বংশক বিনষ্ট কৰিবলৈ তেওঁৰ ইচ্ছা নাছিল। [8] তেওঁৰ ৰাজত্বৰ সময়ত ইদোমীয়া লোকবিলাকে যিহূদাৰ অধীনতা অস্বীকাৰ কৰি আপোনাবিলাকৰ ওপৰত এজন ৰজা পাতি ললে। [9] এই হেতুকে যিহোৰামে আপোনাৰ সেনাপতিবিলাকক আৰু সকলো ৰথ লগত লৈ যাত্ৰা কৰিলে; আৰু তেওঁ ৰাতিয়েই উঠি আপোনাক বেৰি ধৰা ইদোমীয়াবিলাকক, আৰু সিহঁতৰ ৰথৰ অধ্যক্ষবিলাকক প্ৰহাৰ কৰিলে। [10] এই ৰূপে ইদোমীয়া লোকবিলাকে আজিলৈকে যিহূদাৰ অধীনতা অস্বীকাৰ কৰি থাকিল; সেই একে সময়তে লিব্নায়ো তেওঁৰ অধীনতা অস্বীকাৰ কৰি বিদ্ৰোহ-আচৰণ কৰিলে; কিয়নো তেওঁ আপোন ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাক ত্যাগ কৰিছিল। [11] আৰু তেওঁ যিহূদাৰ অনেক পৰ্ব্বতত ওখ ঠাই স্থাপন কৰিলে, যিৰূচালেমনিবাসীবিলাকক ব্যভিচাৰ কৰালে, আৰু যিহূদাক অপথে নিলে। [12] পাছে তেওঁলৈ এলিয়া ভাববাদীৰ পৰা এখন পত্ৰ আহিল; তাৰ কথা এই, তোমাৰ ওপৰ-পিতৃ দায়ূদৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, তুমি আপোন পিতৃ যিহোচাফটৰ পথত, [13] আৰু যিহূদাৰ আচা ৰজাৰ পথত নচলি, ইস্ৰায়েলৰ ৰজাবিলাকৰ পথত চলিছা, আৰু আহাবৰ বংশই কৰা নিচিনাকৈ যিহূদাক আৰু যিৰূচালেমত থকাবিলাকক ব্যভি-

চার করাইছা, আরু তোমাতকৈ উত্তম তোমার পিতৃ-বংশর যি ভাইবিলাক, সিবিলাকক বধ করিলা; ১৪ এই কারণে, দেখা, যিহোৱাই তোমার প্রজা, তোমার সন্তান, তোমার তিরুতা, আরু সকলো সম্পত্তি মহা-আঘাতেরে আঘাত করিব; ১৫ আরু তুমি নাড়ীর রোগত দিনে দিনে অতিশয় বেদনা পাবা; শেষত সেই রোগতে তোমার নাড়ী-ভুঁরু ওলাই পড়িব। ১৬ আরু যিহোৱাই যিহোরামর অহিতে পলেষ্টীয়াবিলাকর মন, আরু কুচীয়াবিলাকর ওচরত থকা আরবীয়াবিলাকর মন উচটালত, ১৭ সিহঁতে যিহূদার বিরুদ্ধে আহি গড় ভাঙ্গি সোমাই, রাজগৃহত পোৱা সকলো সম্পত্তি, তেওঁর পুতেকবিলাক, আরু তেওঁর তিরুতাবিলাক লৈ গল; তাতে সরু পুতেক যিহোৱাহজর বাহিরে তেওঁর এটা পুতেকো অৱশিষ্ট নেথাকিল। ১৮ এই সকলো ঘটনার পাছে, সুস্থ হব নোৱরা নাড়ীর রোগেরে যিহোৱাই তেওঁক আঘাত করিলে। ১৯ তাতে কালক্রমে দুবছরর মূরত তেওঁর নাড়ীভুঁরু সেই রোগত ওলাই পড়িল; পাছে তেওঁ অতিশয় যাতনারে মরিল। আরু তেওঁর ওপর-পিতৃবিলাকে যেনেকৈ সুগন্ধি বস্তু জ্বলাইছিল, তেনেকৈ প্রজাবিলাকে তেওঁর নিমিত্তে নজ্বলালে। ২০ তেওঁ বত্রিশ বছর বয়সত রজা হৈ, যিরূচালেমত আঠ বছর রাজত্ব করিছিল; তেওঁ মরাত কারো মনত দুঃখ নেলাগিল; আরু লোকবিলাকে দায়ূদর নগরত তেওঁক মৈদাম দিলে, কিন্তু রজাবিলাকর মৈদামর ঠাইত নিদিলে।

২২ পাছে যিরূচালেম-নিবাসীবিলাকে তেওঁর সরু পুতেক অহজিয়াক তেওঁর পদত রজা পাতিলে; কারণ আরবীয়াবিলাকে সৈতে ছাউনিলৈ অহা লোকদলে তেওঁর বড় পুতেক আটাই কেইটাকে বধ করিছিল। এই রূপে যিহূদার রজা যিহোরামর পুত্র অহজিয়া রজা হল। ২ অহজিয়াই বিয়াল্লিশ বছর বয়সত রজা হৈ, যিরূচালেমত এবছর রাজত্ব করিলে. তেওঁর মাকর নাম অথলিয়া, তেওঁ অম্রীর নাতিনীয়েক। ৩ আরু তেৱোঁ আহাবর বংশর পথত চলিলে; কিয়নো তেওঁ কু-আচরণ করিবলৈ তেওঁর মাক তেওঁক মন্ত্রণা দিওঁতা আছিল। ৪ আরু তেওঁ আহাবর বংশর নিচিনাকৈ যিহোৱার সাক্ষাতে কু-আচরণ করিলে; কারণ তেওঁর পিতৃ মরার পাছে, সিবিলাকেই তেওঁর বিনাশ ঘটাওঁতা তেওঁর মন্ত্রী হল। ৫ আরু সিবিলাকরেই মন্ত্রণা শুনি তেওঁ রামোৎ-গিলিয়দত অরামর হজায়েল রজাই সৈতে যুদ্ধ করিবলৈ ইস্রায়েলর আহাব রজার পুত্র যিহোরামর লগত গল; তাতে অরামীয়াহঁতে যোরামক খুন করিলে। ৬ এই হেতুকে, তেওঁ অরামর রজা হজায়েলে সৈতে যুদ্ধ করা সময়ত, সিহঁতে রামাত তেওঁর যিবোর ঘা লগাইছিল, সেইবোরর পরা যিজ্রিয়েলত সুস্থ হবলৈ তেওঁ উলটি আহিল। পাছে, আহাবর পুত্র যিহোরাম নরীয়া পড়া দেখি, যিহূদার রজা যিহোরামর পুত্র অজরিয়াই তেওঁক চাবলৈ যিজ্রিয়েললৈ নামি গল। ৭ কিন্তু অহজিয়াই যোরামর ওচরলৈ যোৱার কারণে ঈশ্বরর পরা তেওঁর বিনাশ হল; কিয়নো তেওঁ যেতিয়া আহি পালে, তেতিয়া আহাবর বংশ উচ্ছন্ন করিবর অর্থে যিহোৱাই অভিষেক করা নিম্চীর নাতিয়েক যেহূর লগত সাক্ষাৎ করিবলৈ যিহোরামর লগত তেৱোঁ ওলাই গৈছিল। ৮ পাছে, যেহূৱে যি সময়ত আহাবর বংশর ওপরত দণ্ড সাধিছিল, সেই সময়ত তেওঁ যিহূদার অধ্যক্ষবিলাকক আরু অহজিয়ার পরিচর্য্যা করোঁতা তেওঁর ভায়েকবিলাকর পুতেকবিলাকক পাই বধ করিলে। ৯ পাছে তেওঁ অহজিয়াক বিচারিলত, মানুহবিলাকে তেওঁক ধরি, ( সেই সময়ত তেওঁ চমরিয়াত লুকাই আছিল, ) যেহূর ওচরলৈ আনি বধ করিলে; আরু যি যিহোচাফটে আপোনার সকলো মনে সৈতে যিহোৱাক বিচারিছিল, সেই জনর সন্তান বুলি কৈ লোকবিলাকে তেওঁক মৈদাম দিলে। রাজ্যভার লবলৈ সমর্থ থকা অহজিয়ার বংশর মাজত কোনো নাছিল।

অথলিয়া রাণীর রাজত্ব আরু তেওঁর বিনাশ।

১০ ইয়ার ভিতরতে অহজিয়ার মাক অথলিয়াই যেতিয়া আপোন পুতেকক মরা দেখিলে, তেতিয়া তেওঁ উঠি যিহূদার গোটেই রাজবংশকে সংহার করিলে। ১১ কিন্তু রজার জীয়েক যিহোচবতে অহজিয়ার পুতেক যোৱাচক বধ করিব

লগত্ৰা ৰাজকোঁৱৰবিলাকৰ মাজৰ পৰা চুৰ কৰি লৈ, তাক ধাইমাকে সৈতে বিচনা ৰখা খোঁটালীত ৰাখিলে ; এই ৰূপে যিহোয়াদা পুৰোহিতৰ ভাৰ্য্যা, যিহোৰাম ৰজাৰ জীয়েক, অহজিয়াৰ ভনীয়েক সেই যিহোচবতে তাক অথলিয়াৰ পৰা লুকুৱালে, তাতে ৰাণীয়ে তাক বধ কৰিবলৈ নেপালে। [১২] পাছে সি সিবিলাকে সৈতে ঈশ্বৰৰ গৃহত ছবছৰ লুকাই থাকিল ; সেই সময়ত অথলিয়াই দেশৰ ওপৰত ৰাজত্ব কৰিছিল।

২৩ পাছে সপ্তম বছৰত যিহোয়াদাই সাহ কৰি শতপতিবিলাকক, অৰ্থাৎ যিৰোহমৰ পুত্ৰ অজৰিয়াক, যিহোহাননৰ পুত্ৰ ইশ্মায়েলক, ওবেদৰ পুত্ৰ অজৰিয়াক, অদায়াৰ পুত্ৰ মাচেয়াক, আৰু জিখ্ৰীৰ পুত্ৰ ইলীচাফটক লৈ আপোনাৰে সৈতে এটা নিয়ম কৰিলে। তাৰ পাছে সিবিলাকে যিহূদা দেশত ফুৰি, [২] যিহূদাৰ সকলো নগৰৰ পৰা লেবীয়াবিলাকক আৰু ইস্ৰায়েলৰ পিতৃ-বংশৰ মূল মানুহবিলাকক গোটাই লৈ আটাইবিলাক যিৰূচালেমলৈ আহিল। [৩] পাছে গোটেই সমাজে ঈশ্বৰৰ গৃহত ৰজাৰ লগত এটা নিয়ম কৰিলে। যিহোয়াদাই সিবিলাকক কলে, দেখা, দায়ুদৰ সন্তানবিলাকৰ বিষয়ে কোৱা যিহোৱাৰ বাক্য অনুসাৰে ৰজাৰ পুত্ৰয়েই ৰাজ্যভাৰ পাব। [৪] তোমালোকে এই কৰ্ম্ম কৰিবা, তোমালোক পুৰোহিত আৰু লেবীয়াবিলাকৰ যিমান লোক বিশ্ৰাম-বাৰে সোমাব, সিবিলাকৰ তিনি ভাগৰ এভাগ দুৱৰী হব; [৫] দ্বিতীয় ভাগ ৰাজগৃহত থাকিব ; আৰু তৃতীয় ভাগ ভিত্তিমূলৰ দুৱাৰত থাকিব ; আৰু সকলো লোক যিহোৱাৰ গৃহৰ চোঁতাল কেইখনত থাকিব। [৬] কিন্তু পুৰোহিতবিলাক আৰু পৰিচৰ্য্যা কৰোঁতা লেবীয়াবিলাকৰ বাহিৰে আন কোনো মানুহ যিহোৱাৰ গৃহত নোসোমাওক ; সিবিলাকহে সোমাব, কাৰণ সিবিলাক পবিত্ৰ ; কিন্তু আন সকলো লোকে যিহোৱাৰ অৰ্থে পৰ দি থাকিব। [৭] আৰু লেবীয়াবিলাকৰ প্ৰতিজনে হাতত অস্ত্ৰ লৈ ৰজাক আবৰি ৰাখিব ; যি কোনো লোক গৃহৰ ভিতৰত সোমাব, তাক বধ কৰা হওক ; আৰু ৰজা যেতিয়া ভিতৰলৈ আহে, বা বাহিৰলৈ যায়, তেতিয়া তোমালোক তেওঁৰ লগতে থাকিবা। [৮] পাছে যিহোয়াদা পুৰোহিতে যি যি আজ্ঞা কৰিলে, লেবীয়াবিলাক আৰু গোটেই যিহূদাই সেই দৰে সকলোকে কৰিলে, সিবিলাক প্ৰতিজনে বিশ্ৰাম-বাৰে সোমোৱা আৰু বিশ্ৰাম-বাৰে ওলোৱা আপোন আপোন লোকবিলাকক ললে ; কিয়নো যিহোয়াদা পুৰোহিতে পাল আদায় হোৱাবিলাকক বিদায় নিদিলে। [৯] আৰু দায়ুদ ৰজাৰ যি যি বৰশী, ঢাল, আৰু বাৰু ঈশ্বৰৰ গৃহত আছিল, যিহোয়াদা পুৰোহিতে সেইবোৰ শতপতিবিলাকক দিলে। [১০] আৰু তেওঁ আটাই লোকক গৃহৰ সোঁ কোষৰ পৰা বাওঁ কোষলৈকে যজ্ঞবেদিৰ আৰু গৃহৰ মাজ ঠাইত ৰজাৰ চাৰিওফালে ৰাখিলে ; সিবিলাক প্ৰতিজনৰ হাতত অস্ত্ৰ আছিল। [১১] পাছে সিবিলাকে ৰাজকোঁৱৰটীক বাহিৰলৈ উলিয়াই আনি, তেওঁৰ মূৰত কিৰীটি আৰু হাতত সাক্ষ্যপুস্তক দি তেওঁক ৰজা পাতিলে ; আৰু যিহোয়াদা ও তেওঁৰ পুত্ৰবিলাকে তেওঁক অভিষেক কৰিলে ; পাছে সকলোৱে কলে, ৰজা চিৰজীবী হওক। [১২] তেতিয়া লোকবিলাকে লৰাঢপৰা কৰা, আৰু ৰজাক প্ৰশংসা কৰা এৰাও অথলিয়াই শুনি যিহোৱাৰ গৃহলৈ লোকবিলাকৰ ওচৰলৈ আহিল ; [১৩] আৰু চাই দেখিলে, যে, সোমোৱা ঠাইত ৰজা আপোন স্তম্ভটোৰ ওচৰত থিয় হৈ আছে, আৰু শতপতিবিলাক ও তূৰী বজোৱাবিলাক ৰজাৰ ওচৰত আছে ; আৰু দেশৰ সকলো লোকবিলাকে আনন্দ কৰিছে, তূৰী বজাইছে, আৰু প্ৰশংসা কৰিব জনা নিপুণ গায়কবিলাকে বাদ্যযন্ত্ৰ লৈ গীত গাইছে। তাতে অথলিয়াই আপোনাৰ কাপৰ ফালি, ৰাজদ্ৰোহ ৰাজদ্ৰোহ বুলি কলে। [১৪] কিন্তু যিহোয়াদা পুৰোহিতে সৈন্যৰ অধ্যক্ষ শতপতিবিলাকক বাহিৰলৈ আনি কলে, তাইক দুই শাৰীৰ মাজেদি বাহিৰলৈ লৈ যোৱা ; যি কোনো লোক তাইৰ পাছত যাব, তাক তৰোৱালেৰে বধ কৰা হওক ; কিয়নো পুৰোহিতে কৈছিল, যিহোৱাৰ গৃহৰ ভিতৰত তাইক বধ নকৰিবা। [১৫] তাতে লোকবিলাকে তেওঁৰ নিমিত্তে বাট এৰি দিলত, তেওঁ অশ্ব-দুৱাৰৰ সোমোৱা ঠাইলৈ গৈ ৰাজগৃহত সোমাল ; আৰু সেই ঠাইতে সিবিলাকে তেওঁক বধ কৰিলে।

[১৬] পাছে, লোকবিলাক যেন যিহোৱার প্রজা হয়, এই ভাবেরে যিহোয়াদাই নিজর আরু আটাই প্রজা ও রজার মাজত এটা নিয়ম করিলে। [১৭] তেতিয়া, সকলো লোকবিলাকে বালর ঘরলৈ গৈ সেই ঘর ভাঙ্গি পেলালে, আরু তার বেদি ও মূর্ত্তিবোর ডোখর ডোখর করিলে, আরু বেদিবোরর আগত বালর পুরোহিত মত্তনক বধ করিলে। [১৮] আরু দায়ূদর আদেশ অনুসারে, আনন্দেরে আরু গানেরে সৈতে, মোচির ব্যবস্থাত লিখামতে, যিহোৱার উদ্দেশে হোম-বলি উৎসর্গ করিবলৈ, দায়ূদে যিহোৱার গৃহত যি লেবীয়া পুরোহিতবিলাকক ভাগ ভাগ করি দিছিল, সিবিলাকর হাতত যিহোয়াদাই যিহোৱার গৃহর কার্য্যর ভার সোধাই দিলে। [১৯] আরু কোনো প্রকার অশুচি মানুহ যেন নোসোমায়, এই নিমিত্তে তেওঁ যিহোৱার গৃহর আটাই দুৱারত দুৱরী রাখিলে। [২০] পাছে তেওঁ শতপতিবিলাকক, মান্যবন্ত লোকবিলাকক, লোকবিলাকর শাসনকর্ত্তাবিলাকক, আরু দেশর সকলো লোকক লগত লৈ রজাক যিহোৱার গৃহর পরা নমাই আনিলে; সিবিলাকে ওপর-দুৱারেদি আহি রাজগৃহত সোমাই রাজসিংহাসনত রজাক বহুৱালে। [২১] তেতিয়া, লোকবিলাকে অথলিয়াক তরোৱালেরে বধ করাত, দেশর সকলো মানুহে আনন্দ করিলে, আরু নগর সুস্থিরে থাকিল।

যোৱাচর রাজত্ব। মন্দির মেরামত করা।

**২৪** যোৱাচে সাত বছর বয়সত রজা হৈ, যিরূচালেমত চল্লিশ বছর রাজত্ব করিলে; তেওঁর মাকর নাম বের-চেবা-নিবাসিনী চিবিয়া। [২] যিহোয়াদা পুরোহিতর জীৱনর সকলো কালত, যিহোৱার দৃষ্টিত যি ন্যায়, যোৱাচে তাকে করিলে। [৩] যিহোয়াদাই তেওঁর লগত দুজনী ছোৱালী বিয়া দিলে; তাতে তেওঁর ঔরসত কেইবাটাও পুতেক আরু কেইবাজনীও জীয়েক জন্মিল। [৪] পাছে যিহোৱার গৃহ আগর নিচিনা করিবলৈ যোৱাচর মন হল। [৫] তাতে তেওঁ পুরোহিত আরু লেবীয়াবিলাকক গোটাই সিবিলাকক কলে, তোমালোকে যিহূদার নগরবোরলৈ ওলাই যোৱা, আরু বছরে বছরে আপোনাবিলাকর ঈশ্বরর গৃহ মেরামত করিবলৈ গোটেই ইস্রায়েলর পরা রূপ গোটোৱা; এই কার্য্য বেগাই করা। কিন্তু লেবীয়াবিলাকে তাক বেগাই নকরিলে। [৬] পাছে রজাই প্রধান পুরোহিত যিহোয়াদাক মতাই কলে, সাক্ষ্য-কলিত তাম্বুর নিমিত্তে ঈশ্বরর দাস মোচিয়ে আরু ইস্রায়েলর সমাজে নিরূপণ করা কর যিহূদা আরু যিরূচালেমর পরা আনিবলৈ তুমি লেবীয়াবিলাকক কিয় কোৱা নাই? [৭] কিয়নো সেই দুষ্ট তিরুতা অথলিয়ার পুতেকহঁতে ঈশ্বরর গৃহ ভাঙ্গিছিল, আরু যিহোৱার গৃহত থকা আটাই পবিত্র বস্তু লৈ বাল দেৱতার নিমিত্তে খরচ করিছিল। [৮] পাছে রজাই আজ্ঞা করিলত, সিবিলাকে এটা চন্দুক সাজি তাক যিহোৱার গৃহর দুৱারর ওচরত বাহির ফালে রাখিলে। [৯] আরু ঈশ্বরর দাস মোচিয়ে অরণ্যত ইস্রায়েলর ওপরত যি কর লগাইছিল, তাক যিহোৱার উদ্দেশে আনিবলৈ, যিহূদা আরু যিরূচালেমর সকলো ফালে ঘোষণা করা হল। [১০] তাতে আটাই অধ্যক্ষবিলাকে আরু সকলো প্রজাই আনন্দেরে তাক আনি, কার্য্য শেষ নোহোৱালৈকে চন্দুকত পেলাই পেলাই থাকিল। [১১] আরু লেবীয়াবিলাকর হতুৱাই চন্দুকটো রজার নিযুক্ত লোকবিলাকর ওচরলৈ নিয়া সময়ত তার ভিতরত অনেক রূপ দেখা গলে, রাজলিখকে আরু প্রধান পুরোহিতর নিযুক্ত এজন লোকে আহি চন্দুকটো অজরায়, পাছে পুনরায় দাঙি নি তার আপোন ঠাইত রাখেগৈ; দিনে দিনে এই রূপে করি সিবিলাকে অনেক রূপ গোটালে। [১২] পাছে রজা আরু যিহোয়াদাই যিহোৱার গৃহর কাম করাওঁতা লোকবিলাকক তাক দিলে; সিবিলাকে ভারেই, যিহোৱার গৃহ আগর নিচিনা করিবর নিমিত্তে রাজমিস্ত্রী আরু কাঠমিস্ত্রী আনিলে, আরু যিহোৱার গৃহ মেরামত করিবর নিমিত্তে লোহার আরু পিত্তলর কাম করোঁতাবিলাককো আনিলে। [১৩] তাতে কাম করাওঁতাবিলাকে কাম করালত, সিবিলাকর দ্বারায় সম্পূর্ণকৈ কার্য্য সমাধা করা হল; এই রূপে সিবিলাকে ঈশ্বরর গৃহ আগর অবস্থাত স্থাপন করি দৃঢ় করিলে। [১৪] কাম করি এঁটোৱার পাছে, সিবিলাকে বাকী রূপ

ৰজাৰ আৰু যিহোয়াদাৰ আগলৈ আনিলে ; তাৰ দ্বাৰায় যিহোবাৰ গৃহৰ নিমিত্তে নানা পাত্ৰ, অৰ্থাৎ পৰিচৰ্য্যা কৰা পাত্ৰ, আৰু হোম কৰা পাত্ৰ, আৰু পিয়লা আদি সোণৰ আৰু ৰূপৰ পাত্ৰ সজা হল। আৰু যিহোয়াদাৰ জীৱনৰ সকলো কালত যিহোবাৰ গৃহত সদায় হোম-বলি দিয়া হৈছিল। [১৫] পাছে যিহোয়াদাই বৃদ্ধ হৈ সম্পূৰ্ণ আয়ুস পাই মৰিল ; মৰা সময়ত তেওঁৰ এশ ত্ৰিশ বছৰ বয়স আছিল। [১৬] লোকবিলাকে তেওঁক দায়ূদৰ নগৰত ৰজাবিলাকৰ লগত মৈদাম দিলে ; কিয়নো তেওঁ ইস্ৰায়েলৰ মাজত, আৰু ঈশ্বৰৰ সম্পৰ্কে ও ঈশ্বৰৰ গৃহৰ সম্পৰ্কে মঙ্গলজনক কাৰ্য্য কৰিছিল ; [১৭] যিহোয়াদাৰ মৃত্যুৰ পাছে, যিহূদাৰ অধ্যক্ষবিলাকে আহি ৰজাক প্ৰণিপাত কৰিলে ; তেতিয়া ৰজাই সিবিলাকৰ কথা শুনিলে। [১৮] পাছে সিবিলাকে আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোবাৰ গৃহ ত্যাগ কৰি, আচেৰা মূৰ্ত্তি আৰু নানা প্ৰতিমাবোৰক পূজা কৰিবলৈ ধৰিলে, সিবিলাকৰ সেই দোষৰ কাৰণে যিহূদালৈ আৰু যিৰূচালেমলৈ ক্ৰোধ হল। [১৯] তথাপি যিহোবালৈ সিবিলাকক ওলোটাই আনিবৰ নিমিত্তে তেওঁ ভাববাদীবিলাকক সিবিলাকৰ ওচৰলৈ পঠালে, আৰু তেওঁবিলাকে সিবিলাকৰ অহিতে সাক্ষ্য দিলে ; কিন্তু সিবিলাকে কাণ নিদিলে। [২০] পাছে যিহোয়াদা পুৰোহিতৰ পুত্ৰ জখৰিয়াৰ ওপৰত ঈশ্বৰৰ আত্মা স্থিতি হলত, তেওঁ লোকবিলাকতকৈ ওখত থিয় হৈ সিবিলাকক কলে, ঈশ্বৰে এই কথা কৈছে, তোমালোকে কিয় যিহোবাৰ আজ্ঞা লঙ্ঘন কৰিছা? ইয়াতে তোমালোক কৃতকাৰ্য্য নহবা ; তোমালোকে যিহোবাক ত্যাগ কৰিলা, এই হেতুকে তেওঁ তোমালোককো ত্যাগ কৰিলে। [২১] তাতে লোকবিলাকে তেওঁৰ বিৰুদ্ধে চক্ৰান্ত কৰি, ৰজাৰ আজ্ঞাৰে যিহোবাৰ গৃহৰ চোঁতালত তেওঁক শিল দলিয়াই বধ কৰিলে। [২২] তেওঁৰ পিতৃ যিহোয়াদাই যে ৰজালৈ দয়া কৰিছিল, তাক যোৱাচ ৰজাই সোঁৱৰণ নকৰি তেওঁৰ পুত্ৰক এই ৰূপে বধ কৰালে ; তেওঁ মৃত্যুৰ সময়ত কৈছিল, যিহোবাই দৃষ্টি কৰি ইয়াৰ প্ৰতিশোধ লওক। [২৩] পাছে এবছৰৰ মূৰত অৰামৰ সৈন্যসামন্ত তেওঁৰ বিৰুদ্ধে আহিল ; সিহঁতে যিহূদা আৰু যিৰূচালেমলৈ আহি লোকবিলাকৰ মাজৰ আটাই অধ্যক্ষক বিনষ্ট কৰিলে, আৰু সিবিলাকৰ সকলো লুটদ্ৰব্য দম্মেচকৰ ৰজাৰ ওচৰলৈ পঠাই দিলে। [২৪] কিয়নো যদিও অৰামীয়াবিলাকৰ অলপ লোক থকা সৈন্যসামন্ত আহিল, তথাপি যিহোবাই সিহঁতৰ হাতত, অতিশয় অধিক লোক থকা সৈন্যসামন্তক সোধাই দিলে, কাৰণ লোকবিলাকে আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোবাক ত্যাগ কৰিছিল। এই ৰূপে অৰামীয়াবিলাকে যোৱাচক প্ৰতিফল দিলে। [২৫] আৰু শত্ৰুবোৰ যেতিয়া তেওঁৰ ওচৰৰ পৰা গুচি গল, (কিয়নো তেওঁক এৰি যোৱা সময়ত তেওঁ বড় টান নৰীয়া হৈ পড়ি আছিল,) তেতিয়া তেওঁৰ দাসবিলাকে যিহোয়াদা পুৰোহিতৰ পুত্ৰবিলাকৰ ৰক্তপাতৰ কাৰণে চক্ৰান্ত কৰি, তেওঁৰ শয্যাতে তেওঁক বধ কৰিলে ; তাতে তেওঁ মৰিল ; পাছে তেওঁক দায়ূদৰ নগৰত মৈদাম দিয়া হল, কিন্তু ৰজাবিলাকৰ মৈদামৰ ঠাইত মৈদাম দিয়া নহল। [২৬] অম্মোনীয়ানী চিমিয়তৰ পুতেক যাবদ, আৰু মোৱাবীয়ানী চিম্ৰীতৰ পুতেক যিহোজাবদ, এই দুটায়েই তেওঁৰ বিৰুদ্ধে চক্ৰান্ত কৰিছিল। [২৭] তেওঁৰ পুতেকবিলাকৰ কথা, তেওঁৰ বিৰুদ্ধে কোৱা গুৰুতৰ ভাৰবাক্য, আৰু ঈশ্বৰৰ গৃহ পুনৰায় স্থাপন কৰা কথা ৰজাবিলাকৰ ইতিহাস-পুস্তকৰ টীকাশাস্ত্ৰখনিত লিখা আছে। পাছে তেওঁৰ পুত্ৰ অমচিয়া তেওঁৰ পদত ৰজা হল।

অমচিয়াৰ ৰাজত্ব। তেওঁৰ দেৱপূজা আৰু যুদ্ধ।

**২৫** অমচিয়াই পঁচিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত ঊনত্ৰিশ বছৰ ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম যিৰূচালেম-নিবাসিনী যিহোৱদ্দন। [২] যিহোবাৰ দৃষ্টিত যি ন্যায়, তেওঁ তাকে কৰিলে ; কিন্তু সিদ্ধ মনেৰে নকৰিলে। [৩] পাছে, ৰাজ্য তেওঁৰ অধিকাৰত থিৰ হোৱামাত্ৰে, আপোন পিতৃ ৰজাক

বধ করা আপোন দাসবিলাকক তেওঁ বধ করিলে। [৪]কিন্তু তেওঁ সিহঁতর সন্তান-বিলাকক বধ নকরিলে; কিন্তু, পুতেকহঁতর কারণে বাপেকহঁত, আরু বাপেকহঁতর কারণে পুতেকহঁত নমরিব, প্রত্তিজনে আপোন আপোন পাপর কারণে মরিব, মোচির ব্যবস্থা-পুস্তক-খনিত লিখা যিহোৱার এই আজ্ঞা অনুসারে তেওঁ কার্য্য করিলে। [৫]পাছে অমচিয়াই যিহূদাক গোট খুৱালে, আরু গোটেই যিহূদা আরু বিন্যামীনর পিতৃ-বংশ অনুসারে সহস্রপতি আরু শতপতিবিলাকর অধীনে অধীনে লোক-বিলাকক চিজিল করি রাখিলে; আরু বিশ বছর ও তাতকৈ অধিক বয়সীয়া লোকবিলাকক লেখ করি, যুদ্ধলৈ যাব পরা আরু জাঠি ও ঢাল ধরিব পরা তিনি লাখ মনোনীত লোক পালে। [৬]তেওঁ এশ কিক্কর রূপ বেচ দি, সিবিলাকর বাহিরে ইস্রায়েলর পরা এক লাখ পরাক্রমী বীরপুরুষ ললে। [৭]কিন্তু ঈশ্বরর এজন লোকে তেওঁর গুরিলৈ আহি কলে, হে মহারাজ, ইস্রায়েলর সৈন্য তোমার লগত নেযাওক; কারণ ইস্রায়েলর লগত অর্থাৎ ইফ্রয়িমর কোনো সন্তানর লগত যিহোৱা নেথাকে। [৮]কিন্তু তুমিয়েই গৈ কার্য্য করা, যুদ্ধর নিমিত্তে সাহীয়াল হোৱা; নতুবা ঈশ্বরে শত্রুবোরর হাতত তোমাক পেলাব; কিয়নো সহায় করিবলৈ আরু পেলাবলৈ ঈশ্বরর শক্তি আছে। [৯]তাতে অমচিয়াই ঈশ্বরর লোকক কলে, বারু; কিন্তু সেই ইস্রায়েলীয়া সৈন্য-দলক যি এশ কিক্কর রূপ দিলোঁ, তার নিমিত্তে আমি কি করিম? ঈশ্বরর লোকে কলে, যিহোৱাই তোমাক তাতকৈ অধিক দিব পারে। [১০]তেতিয়া অমচিয়াই সিহঁতক, অর্থাৎ ইফ্রয়িমর পরা আপোনার ওচরলৈ অহা সেই সৈন্যদলক আপোন আপোন ঘরলৈ যাবলৈ পৃথক করিলে; তাতে যিহূদার বিরুদ্ধে সিহঁতর ক্রোধ জ্বলি উঠিল, আরু সিহঁত বড় ক্রুদ্ধ হৈ আপোনাবিলাকর ঠাইলৈ উভটি গল। [১১]পাছে অমচিয়াই সাহীয়াল হৈ, আপোন লোকবিলাকক উলিয়াই ললে, আরু লবণ উপত্যকালৈ গৈ চেয়ীরর সন্তানবিলাকর দহ হাজার লোকক বধ করিলে। [১২]যিহূদার সন্তানবিলাকে সিহঁতর আন দহ হাজার লোকক জীয়াই জীয়াই ধরি বন্দী করি পর্ব্বতর টিঙলৈ তুলি নি তার পরা তললৈ পেলাই দিলে; তাতে সিহঁত আটাইবোরক গুড়ি করা হল। [১৩]কিন্তু অমচিয়াই আপোনার লগত যুদ্ধযাত্রা করিবলৈ নিদি ওভোটাই পঠোৱা সৈন্যদলর লোকবিলাকে চমরিয়ার পরা বৈৎ-হোরোণলৈকে যিহূদার নগরবোর আক্রমণ করি, সিবিলাকর তিনি হাজার লোকক বধ করিলে, আরু বহুৎ বস্তু লুট করি নিলে।

[১৪]ইদোমীয়াবিলাকক বধ করি উলটি অহার পাছে, অমচিয়াই চেয়ীরর সন্তান-বিলাকর দেৱতাবোর লগত আনি আপো-নার দেৱতা বুলি সেইবোর স্থাপন করিলে, আরু সেইবোরর আগত প্রণিপাত করিবলৈ ও সেইবোরর উদ্দেশে ধূপ জলাবলৈ ধরিলে। [১৫]তাতে, অমচিয়ালৈ যিহোৱার ক্রোধ প্রজ্বলিত হোৱাত, যিহোৱাই তেওঁর গুরিলৈ এজন ভাববাদী পঠালে; তেওঁ রজাক কলে, সেই জাতির যি দেৱতাবোরে তোমার হাতর পরা আপোন প্রজাবিলাকক উদ্ধার করা নাই, তুমি সেইবোরক কিয় বিচার করিলা? [১৬]তেওঁ সেই কথা কওঁতেই রজাই তেওঁক কলে, আমি জানো তোক রাজমন্ত্রী পাতিলোঁ? মনে মনে থাক; তয় কিয় মার খাবি? তাতে সেই ভাববাদীয়ে ক্ষান্ত হৈ কলে, তুমি এই কাম করিলা, আরু মোর আলচ নুশুনিলা, ইয়াতে মই জানিলোঁ, যে, ঈশ্বরে তোমাক বিনষ্ট করিবলৈ থির করিছে।

[১৭]সেই কালত যিহূদার অমচিয়া রজাই পরামর্শ লৈ, যেহূর নাতি যিহোৱাহজর পুত্র যোৱাচ নামেরে ইস্রায়েলর রজার ওচরলৈ দূত পঠাই কলে, আহাঁ, আমি ইজনে সিজনে মুখ চোৱাচুই করোঁহক। [১৮]তাতে ইস্রা-য়েলর যোৱাচ রজাই যিহূদার অমচিয়া রজার ওচরলৈ মানুহ পঠাই কলে, লিবানোনত থকা কাঁইট গছে লিবানোনত থকা এরচ গছ-জোপালৈ কৈ পঠালে, বোলে, তোমার জীয়েরাক মোর পোর লগত বিবাহ দিয়া; পাছে লিবানোনত থকা এটা বনরীয়া জন্তুরে

সেই কালে ফুরি, সেই কাঁইট গছ গচকি পেলালে। [১৯] তুমি কৈছ', দেখা, ময় ইদোমক পরাজয় করিলোঁ; এই বুলি দর্প করিবলৈ; তোমার মন গর্ব্বী হৈছে; তুমি এতিয়া আপোন ঘরতে থাকা; আপোন অমঙ্গলর অর্থে কিয় যুদ্ধ করি তুমি আরু তোমারে সৈতে যিহূদা পতিত হবা? [২০] কিন্তু অমচিয়াই নুশুনিলে। কারণ, লোকবিলাকে ইদোমীয়া দেৱতাবোরক বিচার করাতে, সিবিলাকক যেন শত্রুর হাতত দিয়া হয়, তার নিমিত্তে ঈশ্বরর পরা এই ঘটনা হল। [২১] পাছে ইস্রায়েলর যোৱাচ রজাই যুদ্ধযাত্রা করিলে; তাতে তেওঁ আরু যিহূদার অমচিয়া রজাই যিহূদার অধীনে থকা বৈৎ-চেমচত ইজনে সিজনে মুখ চোৱাচুই করিলে। [২২] তেতিয়া ইস্রায়েলর আগত যিহূদা ঘাটিল, আরু প্রতিজনে আপোন আপোন তাম্বুলৈ পলাই গল। [২৩] পাছে ইস্রায়েলর যোৱাচ রজাই যিহোৱাহজর নাতি যোৱাচর পুত্র যিহূদার অমচিয়া রজাক বৈৎ-চেমচত ধরি যিরূচালেমলৈ লৈ আহিল; আরু ইফ্র- য়িমর দুৱাররে পরা চুকর দুৱারলৈকে যিরূ- চালেমর গড়র চারি শ হাত ভাঙ্গি পেলালে। [২৪] আরু ঈশ্বরর গৃহত ওবেদ-ইদোমর জিমাত পোৱা আটাই সোণ, রূপ, আরু সকলো পাত্র আরু রাজগৃহর ভঁরালত পোৱা বস্তুবোর, আরু বন্ধকস্বরূপে কেতবিলাক লোককো লৈ তেওঁ চমরিয়ালৈ উভটি গল।

[২৫] যিহোৱাহজর পুত্র ইস্রায়েলর যোৱাচ রজার মৃত্যুর পাছে, যোৱাচর পুত্র যিহূদার অমচিয়া রজা আরু পোন্ধের বছর জীয়াই থাকিল। [২৬] অমচিয়ার অবশিষ্ট বৃত্তান্তর আদ্যোপান্ত কথা জানো যিহূদার আরু ইস্রা- য়েলর রজাবিলাকর ইতিহাস-পুস্তকখনিত লিখা নাই? [২৭] অমচিয়াই যিহোৱার পাছত চলিবলৈ এরার পাছে লোকবিলাকে যিরূচালেমত তেওঁর বিরুদ্ধে চক্রান্ত করিলত, তেওঁ লাখীচলৈ পলাই গল; কিন্তু সিহঁতে লাখীচলৈকে তেওঁর পাছত মানুহ পঠাই তেওঁক তাত বধ করালে। [২৮] আরু সিহঁতে তেওঁক ঘোঁরাত তুলি আনি যিহূদার নগরত তেওঁর ওপর-পিতৃবিলাকর লগত তেওঁক মৈদাম দিলে।

উজ্জিয়ার রাজত্ব। তেওঁর উন্নতি। তেওঁর কু-আচরণ, আরু তার প্রতিফল।

**২৬** পাছে যিহূদার সকলো লোকে যোল বছর বয়সীয়া উজ্জিয়াক লৈ তেওঁর পিতৃ অমচিয়ার পদত রজা পাতিলে। [২] রজা আপোন ওপর-পিতৃবিলাকে সৈতে নিদ্রিত হোৱার পাছে, তেওঁ এলৎ নগর দৃঢ় করিলে, আরু পুনরায় তাক যিহূদার অধীন করিলে। [৩] উজ্জিয়াই যোল বছর বয়সত রজা হৈ, যিরূচালেমত বাবন্ন বছর রাজত্ব করিলে; তেওঁর মাকর নাম যিরূচালেম-নিবাসিনী যিখ- লিয়া। [৪] তেওঁ আপোন পিতৃ অমচিয়ার সকলো কার্য্য অনুসারে, যিহোৱার দৃষ্টিত যি ন্যায়, তাকে করিলে। [৫] আরু ঈশ্বরীয় দর্শন ভালকৈ বুজা জখরিয়ার জীবনর কালত, তেওঁ ঈশ্বরক বিচার করি থাকিল; তেওঁ যিমান কাল যিহোৱাক বিচার করিলে, সিমান কাল ঈশ্বরে তেওঁক কৃতকার্য্য হবলৈ দিলে। [৬] তেওঁ যাত্রা করি পলেষ্টীয়াবিলাকে সৈতে যুদ্ধ করিলে; আরু গাতর, যবনির, আরু অচ্‌দোদর গড় ভাঙ্গি পেলালে, আরু অচ্‌দোদর অঞ্চলত ও পলেষ্টীয়াবিলাকর মাজত কেতবোর নগর সাজিলে। [৭] আরু ঈশ্বরে পলেষ্টীয়াবিলাকর, গূর-বালত থকা আরবীয়াবিলাকর, আরু মায়োনীয়াবিলাকর বিরুদ্ধে তেওঁক সহায় করিলে। [৮] আরু অম্মোনীয়াবিলাকে উজ্জিয়াক উপহার দিলে; আরু তেওঁর যশস্যা মিচরর সোমোৱা ঠাইলৈকে ব্যাপ্ত হল, কিয়নো তেওঁ আপোনাকে অতিশয় বলবান করিলে। [৯] আরু উজ্জিয়াই যিরূচালেমর চুকর দুৱারত, উপত্যকার দুৱারত, আরু গড়র চুকত ওখ ঘর সাজি সেইবোর দৃঢ় করিলে। [১০] আরু তেওঁ অরণ্যত কেতবোর ওখ ঘর সাজিলে, আরু অনেক নাদ খানিলে, কিয়নো তেওঁর অনেক পশুর জাক আছিল; আরু নিম্নভূমিত ও সমথলতো সেই রূপে করিলে, আরু পর্ব্বতত ও কর্ম্মিলত তেওঁর ক্ষেতিয়কবিলাক আরু দ্রাক্ষাক্ষেতি করোঁতাবিলাক আছিল, কারণ তেওঁ কৃষি- কর্ম্ম ভাল পাইছিল। [১১] আরু উজ্জিয়ার যুদ্ধ করোঁতা সৈন্যসামন্ত আছিল; রজার

সেনাপতি হননিয়ার অধীনে যিয়ীয়েল লিখকর আরু মাচেয়া শাসনকর্ত্তার হতুৱাই লিখা সংখ্যা অনুসারে সিবিলাকে দলে দলে যুদ্ধযাত্রা করে। ১২ পিতৃ-বংশর মূল মানুহ পরাক্রমী বীরবিলাকর সংখ্যা সর্ব্বমোট দুই হাজার ছশ লোক আছিল। ১৩ আরু সিবিলাকর অধীনে শিক্ষিত সৈন্য, অর্থাৎ শত্রুর বিরুদ্ধে রজার সহায় করিবর অর্থে, পরাক্রমেরে যুদ্ধ করোঁতা তিনি লাখ সাত হাজার পাঁচ শ লোক আছিল। ১৪ আরু উজ্জিয়াই সেই আটাই সৈন্যসামন্তর নিমিত্তে ঢাল, জাঠি, শিরোরক্ষক টুপি, কবচ, ধনু, আরু ফিঙ্গার শিল যুগুত করিলে। ১৫ আরু নিপুণ লোকবিলাকে বুদ্ধিরে করা যন্ত্র তেওঁ যিরূচালেমত যুগুত করাই, সেইবোরেরে কাঁড় আরু বড় বড় শিল মারিবর অর্থে গড়র ওখ ঘরবোরর ওপরত, আরু চুকর ওখ ঠাইবোরত সেইবোর রাখিলে। তেওঁ আশ্চরিত সহায় পাই অতি শক্তিমান হোৱাতে, তেওঁর যশস্যা দূর দেশলৈকে ব্যাপি গল।

১৬ কিন্তু শক্তিমান হোৱার পাছে তেওঁর মন এনেকৈ বাঢ়িল, যে, তেওঁ দুষ্কর্ম্ম করিলে, তেওঁ আপোন ঈশ্বর যিহোৱার বিরুদ্ধে সত্য-লঙ্ঘন করিলে; কিয়নো তেওঁ ধূপবেদির ওপরত ধূপ জ্বলাবলৈ যিহোৱার মন্দিরত সোমাল। ১৭ তাতে অজরিয়া পুরোহিত, আরু তেওঁর লগত সাহীয়াল পুরুষ আশী জন যিহোৱার পুরোহিত তেওঁর পাছত সোমাল। ১৮ আরু সিবিলাকে উজ্জিয়া রজার সম্মুখত থিয় হৈ তেওঁক কলে, হে উজ্জিয়া, যিহোৱার উদ্দেশে ধূপ জ্বলোৱা আপোনার অধিকার নাই, কিন্তু ধূপ জ্বলাবর নিমিত্তে পবিত্রীকৃত হোৱা হারোণর সন্তান যি পুরোহিতবিলাক, সিবিলাকরহে অধিকার; আপুনি পবিত্র-স্থানর পরা বাহির হওক; কিয়নো আপুনি সত্যলঙ্ঘন করিলে; ইয়াতে ঈশ্বর যিহোৱার পরা আপুনি সম্মান নেপাব। ১৯ তাতে উজ্জিয়ার বড় খং উঠিল আরু সেই সময়ত ধূপ জ্বলাবর নিমিত্তে তেওঁর হাতত এটা ধূপাধার আছিল; কিন্তু পুরোহিতবিলাকলৈ তেওঁর খং উঠোঁতে, মন্দিরত পুরোহিতবিলাকর আগত ধূপবেদির ওচরত তেওঁর কঁপালত কুষ্ঠরোগ ওলাই পড়িল। ২০ তেতিয়া অজরিয়া প্রধান পুরোহিত আরু আন পুরোহিতবিলাকে তেওঁলৈ চাই, তেওঁর কঁপালত কুষ্ঠ হোৱা দেখি তেওঁক তার পরা বেগাই আঁতর করিলে; আরু যিহোৱাই তেওঁক আঘাত করার কারণে তেওঁ নিজেও বাহিরলৈ যাবলৈ বেগ করিলে। ২১ তেতিয়ারে পরা উজ্জিয়া রজা মরণর দিনলৈকে কুষ্ঠরোগী হৈ থাকিল, আরু কুষ্ঠরোগী হৈ বেলেগ ঘরত বাস করিলে; কিয়নো তেওঁক যিহোৱার মন্দিরর পরা বিচ্ছেদ করা হৈছিল; তাতে তেওঁর পুত্র যোথমে রাজ-গৃহর অধ্যক্ষ হৈ দেশর লোকবিলাকক শাসন করিবলৈ ধরিলে। ২২ উজ্জিয়ার অবশিষ্ট বৃত্তান্তর আদ্যোপান্ত কথা আমোচর পুত্র যিচয়া ভাববাদীয়ে লিখিলে। ২৩ পাছে উজ্জিয়া আপোন ওপর-পিতৃবিলাকে সৈতে নিদ্রিত হলত, লোকবিলাকে তেওঁর ওপর-পিতৃবিলাকর লগত, রজাবিলাকর মৈদামনীত তেওঁক মৈদাম দিলে; কারণ সিবিলাকে কৈছিল, তেওঁ কুষ্ঠরোগী। পাছে তেওঁর পুত্র যোথম তেওঁর পদত রজা হল।

যোথম আরু আহজর রাজত্ব। শত্রুরে করা উপদ্রব।

২৭ যোথমে পঁচিশ বছর বয়সত রজা হৈ, যিরূচালেমত ষোল বছর রাজত্ব করিলে; তেওঁর মাকর নাম চাদোকর জীয়েক যিরূচা। ২ তেওঁ আপোন পিতৃ উজ্জিয়ার আটাই কার্য্যর দরেই, যিহোৱার দৃষ্টিত যি ন্যায়, তাকে করিলে, কিন্তু যিহোৱার মন্দিরত সোমোৱা নাছিল; আরু লোকবিলাকে তেতিয়াও কু-আচরণ করিছিল। ৩ তেওঁ যিহোৱার গৃহর ওপরর দুৱার পুনরায় নির্ম্মাণ করিলে, আরু ওফেলর গড়র অনেক ঠাই পুনরায় নির্ম্মাণ করিলে; ৪ আরু যিহূদার পর্ব্বতীয়া অঞ্চলত নগরবোর সাজিলে, আরু নানা কাঠনিত দুর্গ আরু ওখ ঘরবোর সাজিলে। ৫ তেওঁ অম্মোনর সন্তান-বিলাকর রজারে সৈতে যুদ্ধ করি সিহঁতক জয় করিলে; তাতে অম্মোনর সন্তানবিলাকে সেই বছরত তেওঁক এশ কিক্কর রূপ, দহ হাজার কোর ঘেঁহু, আরু দহ হাজার কোর

ঘৰ ধান দিলে; দ্বিতীয় আৰু তৃতীয় বছৰতো অম্মোনৰ সন্তানবিলাকে তেওঁক সিমানেই দিলে। ৬ এই ৰূপে যোথম শক্তিমান হল; কিয়নো তেওঁ আপোন ঈশ্বৰ যিহোৱাৰ আগত আপোনাৰ পথ সৰল কৰিছিল। ৭ যোথমৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো যুদ্ধ, আৰু সকলো স্বভাৱ-চৰিত্ৰৰ কথা ইস্ৰায়েলৰ আৰু যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা আছে। ৮ তেওঁ পঁচিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত ষোল বছৰ ৰাজত্ব কৰিলে। ৯ পাছে যোথম আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, লোকবিলাকে তেওঁক দায়ূদৰ নগৰত মৈদাম দিলে; আৰু তেওঁৰ পুত্ৰ আহজ তেওঁৰ পদত ৰজা হল।

**২৮** আহজে বিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত ষোল বছৰ ৰাজত্ব কৰিলে; তেওঁ আপোন ওপৰ-পিতৃ দায়ূদৰ নিচিনাকৈ, যিহোৱাৰ দৃষ্টিত যি ন্যায়, তাক নকৰিলে; ২ কিন্তু ইস্ৰায়েলৰ ৰজাবিলাকৰ পথত চলিলে; বিশেষকৈ বাল দেৱতাৰ প্ৰতিমাবোৰ সাঁচত ঢালি সজালে। ৩ আৰু যিহোৱাই ইস্ৰায়েলৰ সন্তানবিলাকৰ আগৰ পৰা দূৰ কৰা জাতিবিলাকৰ ঘিণলগীয়া ৰীতিৰ দৰে, তেওঁ হিন্নোমৰ পুতেকৰ উপত্যকাত ধূপ জ্বলালে, আৰু আপোনাৰ সন্তানবিলাকক জুইত দগ্ধ কৰিলে। ৪ আৰু তেওঁ ওখ ঠাইবোৰত, পৰ্ব্বতৰ ওপৰত, আৰু প্ৰত্যেক কেঁচাপতীয়া গছৰ তলত বলিদান কৰিলে আৰু ধূপ জ্বলালে। ৫ এই হেতুকে তেওঁৰ ঈশ্বৰ যিহোৱাই তেওঁক অৰামৰ ৰজাৰ হাতত সোধাই দিলে; তাতে অৰামীয়াবিলাকে তেওঁক জয় কৰিলে, আৰু তেওঁৰ অনেক লোকসমূহক বন্দী কৰি দম্মেচকলৈ লৈ গল। আৰু তেওঁক ইস্ৰায়েলৰ ৰজাৰ হাততো সমৰ্পণ কৰা হল; তাতে তেওঁ মহা-সংহাৰেৰে লোকবিলাকক সংহাৰ কৰিলে। ৬ কিয়নো, সিবিলাকে আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাক ত্যাগ কৰাত, ৰমলিয়াৰ পুত্ৰ পেকহে যিহূদাৰ এক লাখ বিশ হাজাৰ লোকক একে দিনাই বধ কৰিলে; সিবিলাক সকলোৱেই বীৰপুৰুষ আছিল; ৭ আৰু জিখ্ৰী নামেৰে এজন ইফ্ৰয়িমীয়া বীৰে ৰাজকোঁৱৰ মাচেয়াক, ঘৰগিৰি অজ্ৰীকামক, আৰু ৰজাৰ প্ৰধান মন্ত্ৰী ইল্কানাক বধ কৰিলে। ৮ আৰু ইস্ৰায়েলৰ সন্তানবিলাকে আপোনাবিলাকৰ ভাইবিলাকৰ তিৰুতা, লৰা, আৰু ছোৱালী দুই লাখ প্ৰাণীক বন্দী কৰি লৈ গল, আৰু সিবিলাকৰ বহুত বস্তু লুট কৰি, সেই লুটদ্ৰব্যবোৰ চমৰিয়ালৈ লৈ গল। ৯ কিন্তু ওদেদ নামেৰে যিহোৱাৰ এজন ভাববাদী সেই ঠাইত আছিল; তেওঁ চমৰিয়ালৈ অহা সৈন্যসামন্তৰ লগত সাক্ষাৎ কৰিবলৈ বাহিৰ ওলাই গৈ সিবিলাকক কলে, দেখা, তোমালোকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাই যিহূদালৈ ক্ৰুদ্ধ হোৱাতে, তোমালোকৰ হাতত সিবিলাকক সমৰ্পণ কৰিলে; তাতে তোমালোকে আকাশ চুকি পোৱা ক্ৰোধেৰে সিবিলাকক বধ কৰিলা। ১০ আৰু এতিয়া যিহূদাৰ ও যিৰূচালেমৰ লোকবিলাকক আপোনাবিলাকৰ বন্দী আৰু বেটী কৰি, বশত ৰাখিবলৈ মন কৰিছাহঁক; কিন্তু তোমালোকৰ ঈশ্বৰ যিহোৱাৰ বিৰুদ্ধে তোমালোকৰ নিজৰো জানো নানা দোষ নাই? ১১ এই হেতুকে এতিয়া মোৰ কথা শুনা; তোমালোকৰ ভাইবিলাকৰ মাজৰ বন্দী কৰি অনা লোকবিলাকক উলটি যাবলৈ দিয়া; কিয়নো যিহোৱাৰ প্ৰচণ্ড ক্ৰোধ তোমালোকৰ ওপৰত আছে। ১২ তেতিয়া ইফ্ৰয়িমৰ সন্তানবিলাকৰ মাজৰ কেতবিলাক অধ্যক্ষ, অৰ্থাৎ যিহোহাননৰ পুত্ৰ অজৰিয়া, মচিল্লেমোতৰ পুত্ৰ বেৰেখিয়া, চল্লুমৰ পুত্ৰ যিহিস্কিয়া, আৰু হদ্‌লয়ৰ পুত্ৰ অমাচাই যুদ্ধ-যাত্ৰাৰ পৰা উলটি অহা লোকবিলাকৰ অহিতে উঠি সিবিলাকক কলে, ১৩ তোমালোকে বন্দী কৰি অনা লোকবিলাকক এই ঠাইলৈ নানিবা; কিয়নো আমাৰ পাপ আৰু দোষবোৰ বঢ়াবৰ অৰ্থে, তোমালোকে যিহোৱাৰ গুৰিত আমাক আৰু দোষী কৰিবলৈ মন কৰিছা; কাৰণ আমাৰ দোষ অধিক, আৰু ইস্ৰায়েলৰ ওপৰত প্ৰচণ্ড ক্ৰোধ আছে। ১৪ তাতে অস্ত্ৰধাৰী লোকবিলাকে বন্দী কৰি অনা সেই লোকবিলাক আৰু লুটদ্ৰব্যবোৰ অধ্যক্ষবিলাকৰ আৰু সকলো সমাজৰ আগত এৰি থৈ গল। ১৫ পাছে ওপৰত নাম কোৱা পুৰুষবিলাকে উঠি, বন্দী কৰি অনা লোকবিলাকক লৈ লুট-বস্ত্ৰৰ দ্বাৰায়, সিবিলাকৰ উদঙে থকাবিলাকক কাপৰ পিন্ধালে; অৰ্থাৎ সিবিলাকৰ

গাত কাপৰ আৰু ভৰিত জোতা দিলে, সিবিলাকক ভোজন-পান কৰালে, সিবিলাকৰ গাত তেল ঘঁহালে, আৰু সিবিলাকৰ মাজৰ আশক্তীয়া লোকবিলাকক গাধত তুলি খাজুৰপুৰ যিৰীহোলৈ আপোনাৰ ভাইবিলাকৰ গুৰিলৈ লৈ গল; পাছে তেওঁবিলাক চমৰিয়ালৈ উলটি আহিল।

[16] সেই সময়ত আহজ ৰজাই সাহায্য প্ৰাৰ্থনা কৰিবলৈ, অচূৰীয়া ৰজাবিলাকৰ ওচৰলৈ মানুহ পঠালে। [17] কিয়নো ইদোমীয়াবিলাকে আকৌ আহি যিহূদাক পৰাজয় কৰি অনেক লোকক বন্দী কৰি লৈ গৈছিল। [18] আৰু পলেষ্টীয়াবিলাকেও নিম্নভূমিৰ আৰু যিহূদাৰ দক্ষিণ অঞ্চলৰ নগৰবোৰ আক্ৰমণ কৰি, বৈৎ-চেমচ, অয়ালোন, গদেৰোৎ, উপনগৰে সৈতে চোকো, উপনগৰে সৈতে তিম্না, আৰু উপনগৰে সৈতে গিম্জো হাত কৰি লৈ, সেইবোৰ ঠাইত বাস কৰিছিল। [19] কিয়নো ইস্ৰায়েলৰ আহজ ৰজাৰ কাৰণে যিহোৱাই যিহূদাক নত কৰিলে; কাৰণ তেওঁ যিহূদাত অবাধ্য আচৰণ, আৰু যিহোৱাৰ বিৰুদ্ধে অতিশয় অপৰাধ কৰিছিল। [20] তাৰ পাছে অচূৰৰ তিগ্লৎ-পিল্নেচৰ ৰজা তেওঁৰ ওচৰলৈ আহিল হয়, কিন্তু তেওঁ তেওঁৰ বল নবঢ়াই তেওঁক দুঃখহে দিলে। [21] কিয়নো আহজে যিহোৱাৰ গৃহৰ আৰু ৰাজগৃহৰ পৰা, আৰু অধ্যক্ষবিলাকৰ পৰা ধন-সম্পত্তি লৈ অচূৰৰ ৰজাক দিলে; কিন্তু তাৰ দ্বাৰায় তেওঁৰ একো উপকাৰ নহল। [22] আৰু সেই আহজ ৰজাই দুঃখৰ কালতো আৰু অধিক অপৰাধ যিহোৱাৰ বিৰুদ্ধে কৰিলে। [23] কিয়নো তেওঁ আপোনাক পৰাজয় কৰা দম্মেচকীয়া দেৱতাবোৰৰ উদ্দেশে বলিদান কৰিছিল, আৰু কৈছিল, অৰামীয়া ৰজাবিলাকৰ দেৱতাবিলাকেই অৰামীয়াবিলাকক সহায় কৰিলে; এই হেতুকে মযো সিবিলাকৰ উদ্দেশে বলিদান কৰিম; তাতে সিবিলাকে মোকো সহায় কৰিব। কিন্তু সেইবোৰেই তেওঁৰ আৰু গোটেই ইস্ৰায়েলৰ সৰ্ব্বনাশৰ কাৰণ হল। [24] পাছে আহজে ঈশ্বৰৰ গৃহৰ পাত্ৰবোৰ গোটালে, আৰু ঈশ্বৰৰ গৃহৰ সেই সকলো পাত্ৰ কাটি ডোখৰ ডোখৰ কৰিলে, যিহোৱাৰ গৃহৰ দুৱাৰবোৰ বন্ধ কৰিলে, আৰু যিৰূচালেমৰ প্ৰত্যেক চুকত আপোনাৰ নিমিত্তে যজ্ঞবেদি সাজিলে। [25] আৰু তেওঁ ইতৰ দেৱতাবোৰৰ উদ্দেশে ধূপ জ্বলাবৰ নিমিত্তে, যিহূদাৰ প্ৰত্যেক নগৰত ওখ ঠাইবোৰ সাজি আপোন ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাক বেজাৰ দিলে। [26] দেখা, তেওঁৰ অৱশিষ্ট বৃত্তান্ত, আৰু সকলো চৰিত্ৰৰ আদ্যোপান্ত কথা যিহূদাৰ আৰু ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা আছে। [27] পাছে আহজ আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, লোকবিলাকে তেওঁক ইস্ৰায়েলৰ ৰজাবিলাকৰ মৈদামনীত মৈদাম নিদি, নগৰৰ মাজত যিৰূচালেমত মৈদাম দিলে; পাছে তেওঁৰ পুত্ৰ হিষ্কিয়া তেওঁৰ পদত ৰজা হল।

হিষ্কিয়াৰ ৰাজত্ব। মন্দিৰ শুচি আৰু পবিত্ৰ কৰা।

**২৯** হিষ্কিয়াই পঁচিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত ঊনত্ৰিশ বছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ নাম জখৰিয়াৰ জীয়েক অবিয়া। [2] তেওঁ আপোন ওপৰ-পিতৃ দায়ূদৰ সকলো কৰ্ম্মৰ দৰে, যিহোৱাৰ দৃষ্টিত যি ন্যায়, তাকে কৰিলে। [3] তেওঁৰ ৰাজত্বৰ প্ৰথম বছৰৰ প্ৰথম মাহত তেওঁ যিহোৱাৰ গৃহৰ দুৱাৰবোৰ মেলি সেইবোৰ মেৰামত কৰিলে। [4] আৰু তেওঁ পুৰোহিত ও লেবীয়াবিলাকক অনাই, পূবকালে থকা চকত গোটাই কলে, হে লেবীয়াবিলাক, মোৰ কথা শুনা; [5] তোমালোকে এতিয়া আপোনাবিলাকক পবিত্ৰ কৰা, আৰু আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাৰ গৃহ পবিত্ৰ কৰা, আৰু পবিত্ৰস্থানৰ পৰা অশুচি বস্তুবোৰ উলিয়াই পেলোৱা। [6] কিয়নো আমাৰ পিতৃবিলাকে সত্যলঙ্ঘন কৰিলে, আৰু আমাৰ ঈশ্বৰ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে, বিশেষকৈ সিবিলাকে তেওঁক ত্যাগ কৰিলে, আৰু যিহোৱাৰ নিবাসৰ ঠাইৰ পৰা বিমুখ হৈ তালৈ পিঠি দিলে। [7] আৰু সিবিলাকে বাৰাণ্ডাৰ দুৱাৰবোৰ বন্ধ কৰিলে, প্ৰদীপবোৰ নুমুৱাই ৰাখিলে, পবিত্ৰস্থানৰ মাজত ইস্ৰায়েলৰ ঈশ্বৰৰ উদ্দেশে ধূপ নজ্বলালে, আৰু হোম-বলি নিদিলে। [8] এই নিমিত্তে যিহূদা আৰু যিৰূচালেমৰ ওপৰত

যিহোৱাৰ ক্রোধ আছে ; আৰু তোমালোকে নিজ চকুৰে এতিয়া দেখাৰ দৰে, সিবিলাক ত্রাসৰ, আশ্চৰিতৰ, আৰু চি-চিৰ বিষয় হবলৈ তেওঁ সিবিলাকক সোধাই দিলে। [৯] কিয়নো, দেখা, আমাৰ পিতৃবিলাক তৰোৱালত পতিত হল, আৰু আমাৰ পো, জী, আৰু ভাৰ্য্যা-বিলাকক তাৰ কাৰণেই বন্দী কৰি নিয়া হল। [১০] আমাৰ পৰা ইস্রায়েলৰ ঈশ্বৰ যিহোৱাৰ প্রচণ্ড ক্রোধ যেন গুচে, এই নিমিত্তে তেওঁৰ সৈতে এটা নিয়ম স্থাপন কৰিবলৈ এতিয়া মোৰ মন হৈছে। [১১] হে মোৰ বোপাইঁত, তোমালোকে হেলা নকৰিবা ; কিয়নো, তোমা-লোকে যেন যিহোৱাৰ আগত থিয় হৈ তেওঁৰ পৰিচৰ্য্যা কৰা, আৰু তেওঁৰ পৰিচাৰক ও ধূপ জ্বলাওঁতা হোৱা, এই নিমিত্তে তেওঁ তোমা-লোককেই মনোনীত কৰিলে।

[১২] তেতিয়া, কহাতৰ সন্তানবিলাকৰ মাজৰ অমাচয়ৰ পুত্র মহৎ আৰু অজৰিয়াৰ পুত্র যোৱেল, মৰাৰীৰ সন্তানবিলাকৰ মাজৰ অব্দীৰ পুত্র কীচ আৰু যিহল্লেলেলৰ পুত্র অজৰিয়া, গেৰ্চোনীয়াবিলাকৰ মাজৰ জিম্মাৰ পুত্র যোৱাহ আৰু যোৱাহৰ পুত্র এদন, [১৩] ইলীচাফনৰ সন্তানবিলাকৰ মাজৰ চিম্রী আৰু যূৱেল, আচফৰ সন্তানবিলাকৰ মাজৰ জখৰিয়া আৰু মত্তনিয়া, [১৪] হেমনৰ সন্তানবিলাকৰ মাজৰ যিহূৱেল আৰু চিমিয়ী, আৰু যিদূথূনৰ সন্তান-বিলাকৰ মাজৰ চময়িয়া আৰু উজ্জীয়েল, [১৫] এই সকলো লেবীয়া লোকে উঠি আপোনা-বিলাকৰ ভাইবিলাকক গোটাই আপোনা-বিলাকক পবিত্র কৰিলে, আৰু যিহোৱাৰ বাক্যক্রমে হোৱা ৰজাৰ আজ্ঞা অনুসাৰে যিহোৱাৰ গৃহ শুচি কৰিবলৈ সোমাল। [১৬] আৰু পুৰোহিতবিলাকে শুচি কৰিবৰ অৰ্থে যিহোৱাৰ গৃহৰ ভিতৰলৈ গৈ, যিহোৱাৰ মন্দিৰৰ ভিতৰত যি যি অশুচি বস্তু পালে, সেই সকলোকে বাহিৰ কৰি যিহোৱাৰ গৃহৰ চোঁতালত পেলালে ; পাছে লেবীয়াবিলাকে বাহিৰত কিদ্রোণ জুৰীত পেলাই দিবৰ নিমিত্তে সেইবোৰ ললে। [১৭] সিবিলাকে প্রথম মাহৰ প্রথম দিনা পবিত্র কৰিবলৈ আৰম্ভ কৰি, মাহৰ অষ্টম দিনা যিহোৱাৰ গৃহৰ বাৰাণ্ডা পালে ; আৰু আঁঠ দিনৰ ভিতৰত যিহো-ৱাৰ গৃহ পবিত্র কৰিলে ; আৰু প্রথম মাহৰ ষোল দিনৰ দিনা কাম শেষ কৰি এঁটালে। [১৮] পাছে সিবিলাকে হিষ্কিয়া ৰজাৰ ওচৰলৈ সোমাই গৈ কলে, আমি যিহোৱাৰ গৃহ গোটেইটো, হোমবেদি আৰু তাৰ সকলো সঁজুলি, আৰু দৰ্শন-পিঠাৰ মেজ ও তাৰ আটাই পাত্র শুচি কৰিলোঁ। [১৯] আৰু আহজ ৰজাই আপুনি ৰাজত্ব কৰা কালত সত্য-লঙ্ঘন কৰি যি যি পাত্র পেলাই দিছিল, সেই সকলোকে আমি যুগুত কৰি পবিত্র কৰিলোঁ ; দেখোক, সেইবোৰ যিহোৱাৰ যজ্ঞবেদিৰ আগত আছে।

[২০] পাছে হিষ্কিয়া ৰজাই অতি প্রভাতে উঠি, নগৰৰ অধ্যক্ষ্যবিলাকক গোটাই লৈ যিহোৱাৰ গৃহলৈ গল। [২১] তেতিয়া ৰাজ্যৰ, ধৰ্ম্মধামৰ, আৰু যিহূদাৰ নিমিত্তে পাপাৰ্থক বলিস্বৰূপে সাতোটা ভতৰা, সাতোটা মটা মেৰ, সাতোটা মেৰ পোৱালি, আৰু সাতোটা মটা ছাগ অনা হল ; তাতে তেওঁ যিহোৱাৰ যজ্ঞবেদিৰ ওপৰত সেইবোৰ উৎসৰ্গ কৰিবলৈ, হাৰোণৰ সন্তান পুৰোহিতবিলাকক আজ্ঞা কৰিলে। [২২] এই হেতুকে, ভতৰাবোৰ মৰা হলত, পুৰোহিতবিলাকে সেইবোৰৰ তেজ লৈ বেদিত ছটিয়ালে ; আৰু মটা মেৰবোৰ মৰা হলত, সেইবোৰৰো তেজ বেদিত ছটিয়ালে ; আৰু মেৰ পোৱালিবোৰ মৰা হলত, সেই-বোৰৰো তেজ বেদিত ছটিয়ালে। [২৩] পাছে পাপাৰ্থক বলিস্বৰূপে সেই ছাগবোৰ ৰজাৰ আৰু সমাজৰ আগলৈ অনা হলত, সিবিলাকে সেইবোৰৰ ওপৰত হাত দিলে। [২৪] আৰু পুৰোহিতবিলাকে সেইবোৰ মাৰি গোটেই ইস্রায়েলক প্রায়শ্চিত্ত কৰিবৰ অৰ্থে, বেদিত পাপনাশক নৈবেদ্যস্বৰূপে সেইবোৰৰ তেজ দিলে ; কিয়নো, গোটেই ইস্রায়েলৰ কাৰণে হোম-বলি আৰু পাপাৰ্থক বলি দান কৰিবলৈ ৰজাই আজ্ঞা দিছিল। [২৫] আৰু তেওঁ দায়ূদৰ, ৰজাৰ দৰ্শক গাদৰ, আৰু নাথন ভাববাদীৰ আজ্ঞা অনুসাৰে, তাল, নেবল, আৰু বীণা লোৱা লেবীয়াবিলাকক যিহোৱাৰ গৃহত উপস্থিত কৰিলে ; কিয়নো যিহোৱাই আপোন ভাববাদী-

বিলাকর দ্বারায় তাকে করিবলৈ আজ্ঞা করি-
ছিল। [২৬] এই হেতুকে লেবীয়াবিলাকে
দায়ূদর বাদ্যযন্ত্র, আরু পুরোহিতবিলাকে তূরী
হাতত লৈ থিয় হল। [২৭] পাছে হিষ্কিয়াই
যজ্ঞবেদির ওপরত হোম-বলি উৎসর্গ করিবলৈ
আজ্ঞা করিলত, যেতিয়া হোমর আরম্ভ হল,
তেতিয়া ইস্রায়েলর দায়ূদ রজার বাদ্যযন্ত্রেরে
সৈতে যিহোবার গান আরু তূরীরো আরম্ভ
হল। [২৮] তাতে গোটেই সমাজে প্রণিপাত
করিলে, গায়কবিলাকে গীত গালে, আরু
তূরী বজোবাবিলাকে তূরী বজালে; হোম-
বলি শেষ নোহোবালৈকে এই সকলো করি
থাকিল। [২৯] পাছে হোম-বলি শেষ হলত,
রজা আরু তেওঁর লগর সকলো মানুহে আঁঠু
পারি পড়ি প্রণিপাত করিলে। [৩০] ইয়াত
বাজে হিষ্কিয়া রজা আরু অধ্যক্ষবিলাকে,
দায়ূদ আরু আচফ দর্শকে লিখা বাক্যেরে
যিহোবার উদ্দেশে প্রশংসার গান করিবলৈ
লেবীয়াবিলাকক আজ্ঞা করিলত, সিবিলাকে
আনন্দেরে প্রশংসার গান করিলে, আরু
মূর দোঁবাই প্রণিপাত করিলে; [৩১] তেতিয়া
হিষ্কিয়াই উত্তর করি কলে, এতিয়া তোমা-
লোকে যিহোবার উদ্দেশে আপোনাবিলাকক
নিযুক্ত করিলা; ওচরলৈ আহাঁ, যিহোবার
গৃহলৈ মঙ্গলার্থক আরু ধন্যবাদার্থক বলি
আনা। তাতে সমাজে মঙ্গলার্থক আরু ধন্য-
বাদার্থক বলি আনিলে, আরু যিমান লোকর
ইচ্ছা আছিল, সেই সকলোরেও হোম-বলি
আনিলে। [৩২] সমাজে অনা হোম-বলির সংখ্যা
এই; সত্তরটা ভতরা, এশ মটা মের, আরু
দুশ মের পোবালি; এই সকলো যিহোবার
উদ্দেশে দিয়া হোম-বলি আছিল। [৩৩] আরু
ছশ ভতরা আরু তিনি হাজার মের ও ছাগ
পবিত্র করা হল। [৩৪] কিন্তু পুরোহিতবিলাক
তাকর হোবাত, সিবিলাকে আটাইবোর হোম-
বলির চাল বখলিয়াবলৈ অসমর্থ হল; এই
নিমিত্তে, সেই কাম করি নোহোবালৈকে,
আরু আন পুরোহিতবিলাকে আপোনাবিলাকক
পবিত্র নকরালৈকে সিবিলাকর লেবীয়া ভাই-
বিলাকে সিবিলাকক সহায় করিলে; কিয়নো
আপোনাবিলাকক পবিত্র করা কথাত পুরোহিত-
বিলাকতকৈ লেবীয়াবিলাকর মন অধিক
সরল আছিল। [৩৫] আরু মঙ্গলার্থক বলি-
বোরর তেলেরে আরু হোম-বলিবোরর
উপযুক্ত পেয় নৈবেদ্যেরে সৈতে সেই হোম-
বলি অধিক আছিল। এই রূপে যিহোবার
গৃহ সম্বন্ধীয় কার্য্য পরিপাটীরূপে চলিল।
[৩৬] ঈশ্বরে লোকবিলাকর মন এই রূপে যুগুত
করাত, হিষ্কিয়াই আরু সকলো লোকে আনন্দ
করিলে; কিয়নো এই কাম অকস্মাতে করা
হৈছিল।

নিস্তার-পর্ব্ব পালন করা।

৩০ পাছে, লোকবিলাকে যেন ইস্রায়েলর
ঈশ্বর যিহোবার উদ্দেশে নিস্তার-পর্ব্ব পালন
করিবলৈ যিরূচালেমলৈ যিহোবার গৃহলৈ
আহে, এই নিমিত্তে হিষ্কিয়াই ইস্রায়েলর আরু
আরু যিহূদার সকলো ফালে দূত পঠালে,
আরু ইফ্রয়িম ও মনচির লোকবিলাকলৈকো
পত্র লিখিলে। [২] কিয়নো রজা, তেওঁর পাত্র-
মন্ত্রীবিলাক, আরু যিরূচালেমত থকা গোটেই
সমাজে মন্ত্রণা করি, দ্বিতীয় মাহত নিস্তার-পর্ব্ব
পালন করিবলৈ থির করিছিল। [৩] কারণ,
প্রয়োজনতকৈ অলপ পুরোহিতে আপোনা-
বিলাকক পবিত্র করাত, আরু প্রজাবিলাকো
যিরূচালেমলৈ আহি গোট নোখোবাত, তেতি-
য়াই সিবিলাকে নিস্তার-পর্ব্ব পালন করা
অসাধ্য হৈছিল। [৪] পাছে এই কথা রজার
আরু গোটেই সমাজর দৃষ্টিত ন্যায় বোধ হল।
[৫] এই হেতুকে, লোকবিলাকে যেন যিরূচালেমলৈ
আহি ইস্রায়েলর ঈশ্বর যিহোবার উদ্দেশে
নিস্তার-পর্ব্ব পালন করে, এই নিমিত্তে
সিবিলাকে বের-চেবার পরা দানলৈকে ইস্রা-
য়েলর সকলো ফালে ঘোষণা করিবলৈ থির
করিলে; কিয়নো, শাস্ত্রত লিখামতে সিবিলাকে
বহু লোক চাপি তাক পালন করা নাছিল।
[৬] পাছে বেগাই লর মারোঁতা দূতবিলাকে
রজার আরু তেওঁর পাত্রমন্ত্রীবিলাকর হাতর
পরা পত্রখন লৈ ইস্রায়েলর আরু যিহূদার
সকলো ফাললৈ গৈ রজার আজ্ঞা অনুসারে
এই কথা কলে, হে ইস্রায়েলর সন্তানবিলাক,
তোমালোকর যি অবশিষ্ট ভাগ অচূরর রজা-

বিলাকৰ হাতৰ পৰা ৰক্ষা পালে, সিবিলাকলৈ অব্ৰাহামৰ, ইচ্হাকৰ, আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা উলটিবৰ নিমিত্তে তোমালোক তেওঁলৈ আকৌ ঘূৰা। [৭] আৰু তোমালোক আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ আৰু ভাইবিলাকৰ নিচিনা নহবা ; সিবিলাকে আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাৰ বিৰুদ্ধে অপৰাধ কৰাতে, তেওঁ সিবিলাকক বিনষ্ট হবলৈ এৰি দিলে ; ইয়াক তোমালোকে দেখিছা। [৮] তোমালোকে আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ নিচিনা ঠৰ-ডিঙীয়া নহবা ; কিন্তু যিহোৱাৰ প্ৰচণ্ড ক্ৰোধ তোমালোকৰ পৰা ক্ষান্ত হবৰ নিমিত্তে, তেওঁৰ হাতত আপোনাবিলাকক সোধাই দিয়া, আৰু সদাকালৰ নিমিত্তে তেওঁ পবিত্ৰ কৰা তেওঁৰ ধৰ্ম্মধামত সোমাই আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ আৰাধনা কৰা। [৯] কিয়নো, তোমালোক যদি পুনৰায় যিহোৱালৈ ঘূৰা, তেন্তে তোমালোকৰ ভাইবিলাক আৰু সন্তানবিলাক বন্দী কৰি নিয়াবিলাকৰ পৰা কৃপা পাই এই দেশলৈ উলটি আহিব ; কাৰণ তোমালোকৰ ঈশ্বৰ যিহোৱা কৃপাৱান আৰু মৰমীয়াল, আৰু তোমালোক তেওঁলৈ উলটিলে, তেওঁ তোমালোকৰ পৰা বিমুখ নহব। [১০] পাছে বেগাই লৰ মাৰোঁতা দূতবিলাক ইফ্ৰয়িম আৰু মনচিৰ দেশৰ নগৰে নগৰে জবূলূনলৈকে গল ; কিন্তু লোকবিলাকে সিবিলাকক হাঁহিলে আৰু খেঁজেলিয়ালে। [১১] তথাপি আচেৰৰ, মনচিৰ, আৰু জবূলূনৰ কেত্‌বিলাক লোকে আপোনাবিলাকক নম্ৰ কৰি যিৰূচালেমলৈ আহিল। [১২] আৰু ঈশ্বৰে যিহূদাতো হাত অৰ্পণ কৰি, যিহোৱাৰ বাক্যৰ দ্বাৰায় হোৱা ৰজাৰ আৰু পাত্ৰমন্ত্ৰীবিলাকৰ আজ্ঞা পালন কৰিবলৈ সিবিলাকৰ একে মতি কৰিলে। [১৩] পাছে, দ্বিতীয় মাহত খমীৰ নিদিয়া পিঠাৰ পৰ্ব্ব পালন কৰিবৰ অৰ্থে, অনেক লোক অতি মহাসমাজ হৈ যিৰূচালেমত গোট খালেহি। [১৪] আৰু সিবিলাকে উঠি যিৰূচালেমত থকা যজ্ঞবেদিবোৰ গুচালে, আৰু ধূপ জলোৱা আটাই বেদি গুচাই কিদ্ৰোণ জুৰীত পেলাই দিলে। [১৫] পাছে দ্বিতীয় মাহৰ চতুৰ্দ্দশ দিনা সিবিলাকে নিস্তাৰ-পৰ্ব্বৰ বলি মাৰিলে ; আৰু পুৰোহিত ও লেবীয়াবিলাকে লাজ পাই আপোনাবিলাকক শুচি কৰিলে, আৰু যিহোৱাৰ গৃহলৈ হোম-বলি আনিলে। [১৬] আৰু সিবিলাকে ঈশ্বৰৰ লোক মোচিৰ ব্যৱস্থা অনুসাৰে আপোনাবিলাকৰ নিয়মমতে আপোন আপোন ঠাইত থিয় হল ; আৰু পুৰোহিতবিলাকে লেবীয়াবিলাকৰ হাতৰ পৰা তেজ লৈ ছটিয়ালে। [১৭] কিয়নো সমাজৰ মাজত আপোনাবিলাকক শুচি নকৰা অনেক লোক আছিল ; এই হেতুকে, যিহোৱাৰ উদ্দেশে বলি পবিত্ৰ কৰিবৰ অৰ্থে, অশুচি লোকবিলাকৰ নিমিত্তে নিস্তাৰ-পৰ্ব্বৰ বলি মৰা কামত লেবীয়াবিলাকক লগোৱা হল। [১৮] কিয়নো বিস্তৰ লোকে, ইফ্ৰয়িম, মনচি, ইচাখৰ, আৰু জবূলূনৰ পৰা অহা অনেক লোকে আপোনাবিলাকক শুচি নকৰাকৈয়ে, লিখাৰ বিপৰীতে নিস্তাৰ-পৰ্ব্বৰ ভোজ খালে। কাৰণ হিষ্কিয়াই সিবিলাকৰ নিমিত্তে প্ৰাৰ্থনা কৰি কৈছিল, [১৯] ধৰ্ম্মধাম শুচি কৰা বিধি অনুসাৰে আপোনাকে শুচি নকৰাকৈয়ো, যি কোনোৱে ঈশ্বৰক, আপোনাৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাক বিচাৰ কৰিবলৈ আপোন মন থিৰ কৰে, মঙ্গলময় যিহোৱাই তাক ক্ষমা কৰোক। [২০] তাতে যিহোৱাই হিষ্কিয়াৰ বাক্যলৈ কাণ দি লোকবিলাকক সুস্থ কৰিলে। [২১] এই হেতুকে যিৰূচালেমত উপস্থিত থকা ইস্ৰায়েলৰ সন্তানবিলাকে সাত দিনলৈকে মহা-আনন্দেৰে খমীৰ নিদিয়া পিঠাৰ পৰ্ব্ব পালন কৰিলে ; আৰু লেবীয়া ও পুৰোহিতবিলাকে প্ৰতিদিনে বৰ শবদ কৰা বাদ্যেৰে যিহোৱাৰ উদ্দেশে গীত গাই যিহোৱাৰ প্ৰশংসা কৰিলে। [২২] আৰু যিবিলাক লেবীয়া লোক যিহোৱাৰ সেৱা-কাৰ্য্যত নিপুণ আছিল, সিবিলাকক হিষ্কিয়াই সান্ত্বনাৰ কথা কলে। এই ৰূপে সিবিলাকে মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰি, আৰু আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাৰ ধন্যবাদ কৰি সাত দিনলৈকে ভোজ খালে। [২৩] পাছে গোটেই সমাজে আৰু সাত দিন পালন কৰিবলৈ মন্ত্ৰণা কৰি, সেই সাত দিন আনন্দেৰে পালন কৰিলে। [২৪] কিয়নো যিহূদাৰ হিষ্কিয়া ৰজাই সমাজক এক হাজাৰ ভতৰা আৰু সাত হাজাৰ

মের ও ছাগ উৎসর্গ করিবর অর্থে দিলে; আরু অধ্যক্ষবিলাকে সমাজক এক হাজার ভতরা আরু দহ হাজার মের ও ছাগ দিলে; আরু পুরোহিতবিলাকর মাজর অনেকে আপোনাবিলাকক পবিত্র করিলে। [২৫]আরু যিহুদার গোটেই সমাজে, পুরোহিতবিলাকে, লেবীয়াবিলাকে, ইস্রায়েলর পরা অহা লোকবিলাকর গোটেই সমাজে, আরু ইস্রায়েল দেশর পরা অহা বা যিহুদাত থকা সকলো বিদেশীয়ে আনন্দ করিলে। [২৬]এই রূপে যিরূচালেমত বড় আনন্দ হল; কিয়নো ইস্রায়েলর রজা দায়ূদর পুত্র চলোমনর দিনরে পরা যিরূচালেমত এনে হোবা নাছিল। [২৭]পাছে লেবীয়া পুরোহিতবিলাকে উঠি লোকবিলাকক আশীর্ব্বাদ করিলে; আরু সিবিলাকর ধ্বনি শুনা গল, আরু সিবিলাকর প্রার্থনা তেওঁর পবিত্র নিবাস স্বর্গলৈকে উঠিল।

হিষ্কিয়ার নানা সৎকার্য্য। ইস্রায়েলে অচুরীয়াইতর পরা রক্ষা পোবা।

৩১ এই সকলো করি হোবার পাছে, সেই ঠাইত উপস্থিত থকা সকলো ইস্রায়েল লোকে যিহুদার নানা নগরলৈ গৈ স্তম্ভবোর ভাঙ্গি পেলালে, আচেরা মূর্ত্তিবোর কাটি পেলালে, আরু গোটেই যিহুদাত, বিন্যামীনত, ইফ্রয়িমত, আরু মনচিত থকা ওখ ঠাইবোর আরু যজ্ঞবেদিবোর নিঃশেষে ভাঙ্গি পেলালে। পাছে ইস্রায়েলর আটাই সন্তানবিলাকে আপোন আপোন আধিপত্য আরু নগরলৈ উলটি আহিল। [২]আরু হিষ্কিয়াই হোমার্থক আরু মঙ্গলার্থক বলিদান, পরিচর্য্যা, স্তুতিগান, আরু যিহোবার ছাউনির নানা দুবারত প্রশংসা করিবলৈ পুরোহিত আরু লেবীয়াবিলাকক আপোন আপোন কার্য্য অনুসারে পালর অনুক্রমে আপোন আপোন পালত নিযুক্ত করিলে। [৩]আরু যিহোবার ব্যবস্থাত লিখার দরে হোমর নিমিত্তে, রাতিপুবার আরু সন্ধ্যা বেলার হোমর নিমিত্তে, আরু বিশ্রাম-বার, ন জোন, আরু পর্ব্ব-সম্বন্ধীয় হোমর নিমিত্তে, রজার সম্পত্তির পরা দান করিব লগা ভাগ তেওঁ নিরূপণ করিলে। [৪]আরু পুরোহিত ও লেবীয়াবিলাক যেন যিহোবার ব্যবস্থাত আসক্ত থাকে, এই নিমিত্তে তেওঁ সিবিলাকর ভাগ সিবিলাকক দিবলৈ যিরূচালেমত থকা লোকবিলাকক আজ্ঞা দিলে। [৫]এই আজ্ঞা দেশত ব্যাপ্ত হোবামাত্রকে ইস্রায়েলর সন্তানবিলাকে শস্য, দ্রাক্ষারস, তেল, আরু মৌ আদি ভূমিত উৎপন্ন হোবা সকলো বস্তুর আগ ভাগ অধিক পরিমাণে আনিলে, আরু সকলো বস্তুর দহ ভাগর এভাগ অধিক পরিমাণে আনিলে। [৬]আরু ইস্রায়েলর ও যিহুদার যি সন্তানবিলাকে যিহুদার নানা নগরত বাস করিছিল, সিবিলাকেও গরু আরু মের ও ছাগর দহ ভাগর এভাগ, আরু আপোনাবিলাকর ঈশ্বর যিহোবার উদ্দেশে পবিত্র করা পবিত্রীকৃত বস্তুর দহ ভাগর এভাগ আনি দ'ম করি করি থলে। [৭]তৃতীয় মাহত সিবিলাকে দ'মর প্রথম জাপ পেলাই সপ্তম মাহত সমাপ্ত করিলে। [৮]হিষ্কিয়া আরু অধ্যক্ষবিলাকে আহি দ'মবোর দেখি, যিহোবাক আরু তেওঁর প্রজা ইস্রায়েলক ধন্যবাদ দিলে। [৯]আরু হিষ্কিয়াই সেইবোর দ'মর বিষয়ে পুরোহিত আরু লেবীয়াবিলাকক সুধিলে। [১০]তাতে চাদোকর বংশর অজরিয়া প্রধান পুরোহিতে তেওঁক এই উত্তর দিলে, যেতিয়ারে পরা লোকবিলাকে যিহোবার গৃহলৈ উপহার আনিবলৈ ধরিলে, তেতিয়ারে পরা আমি হেপাহ পলুবাই খাইছোঁ, আরু অনেক এরিলোঁ; কিয়নো যিহোবাই আপোন প্রজাবিলাকক আশীর্ব্বাদ করিলে; তাতে এই বড় বড় দ'মবোর বাকী থাকিল। [১১]তেতিয়া, হিষ্কিয়াই যিহোবার গৃহত কেতবোর খোঁটালী যুগুত করিবলৈ আজ্ঞা দিলত, সিবিলাকে সেইবোর যুগুত করিলে। [১২]সিবিলাকে উপহার, দশম ভাগ, আরু পবিত্রীকৃত বস্তুবোর বিশ্বাসীরূপে ভিতরলৈ নিলে; সেইবোরর ওপরত প্রথম ভঁরালী লেবীয়া কননিয়া, আরু দ্বিতীয় ভঁরালী তেওঁর ভায়েক চিমিয়ী আছিল। [১৩]আরু যিহীয়েল, অজরিয়া, নহৎ, অচাহেল, যিরীমোৎ, যোজাবদ, ইলীয়েল, যিস্মখিয়া, মহৎ, আরু বনায়া, ইবিলাকক হিষ্কিয়া রজার, আরু ঈশ্বরর গৃহর অধ্যক্ষ অজরিয়ার আজ্ঞাতে কননিয়া আরু তেওঁর ভায়েক চিমিয়ীর অধীনে নিযুক্ত করা

হল। ১৪ আৰু যিম্নাৰ পুত্ৰ কোৰি নামেৰে যি লেবীয়া মানুহ পূব ফালৰ দুৱাৰৰ দুৱৰী আছিল, যিহোৱাই পোৱা উপহাৰ আৰু মহা-পবিত্ৰ বস্তুবোৰ বিলাবৰ অৰ্থে, ঈশ্বৰৰ উদ্দেশে ইচ্ছামতে এনেই দিয়া বস্তুবোৰৰ ওপৰত তেওঁ অধ্যক্ষ হল। ১৫ তেওঁৰ অধীনে এদন, মিন্যামীন, যেচূৱা, চময়িয়া, অমৰিয়া, আৰু চখনিয়া, ইবিলাকে পুৰোহিতবিলাকৰ নগৰবোৰত থাকি আপোনাবিলাকৰ সৰু কি বড় ভাইবিলাকক পাল অনুসাৰে ভাগ বাঁটি দিবলৈ নিৰূপিত কাৰ্য্যত নিযুক্ত হল। ১৬ কিন্তু, যিবিলাকে পালক্ৰমে আপোন আপোন কৰিব লগীয়া কাৰ্য্য কৰিবলৈ দিনে দিনে যিহোৱাৰ গৃহত সোমায়, তালিকাত নাম লিখা তিনি বছৰ আৰু তাত্‌কৈ অধিক বয়সীয়া সেই পুৰুষবিলাক ইবিলাকৰ বাহিৰ। ১৭ আৰু পুৰোহিতবিলাকৰ তালিকাৰ বিষয়ে হলে, সেয়ে পিতৃ-বংশ অনুসাৰে আছিল; আৰু লেবীয়াবিলাকৰ তালিকাত পালক্ৰমে আপোন আপোন কৰিব লগীয়া কাৰ্য্য অনুসাৰে বিশ বছৰ আৰু তাত্‌কৈ অধিক বয়সীয়া পুৰুষবিলাকৰ নাম লিখা আছিল। ১৮ আৰু সিবিলাকৰ আটাইবিলাক শিশু, তিৰুতা, লৰা, আৰু ছোৱালীৰ নাম লিখা তালিকাৰ বিষয়ে হলে, সেয়ে গোটেই সমাজলৈ যায়; কিয়নো সিবিলাকে পবিত্ৰ বস্তুলৈ বিশ্বাসীৰূপে ব্যৱহাৰ কৰিছিল। ১৯ আৰু হাৰোণৰ সন্তান যি পুৰোহিতবিলাকে আপোন আপোন নগৰৰ চাৰিওফালে থকা পথাৰত বাস কৰে, সিবিলাকৰ প্ৰত্যেক নগৰত নাম লিখাই দিয়া কেত্‌বিলাক মানুহে পুৰোহিতবিলাকৰ আটাই পুৰুষক, আৰু লেবীয়াবিলাকৰ মাজত তালিকাত নাম লিখা সকলো মানুহক ভাগ বিলাই দিয়ে। ২০ হিষ্কিয়াই যিহূদাৰ সকলো ফালে এই দৰেই কৰিলে; আৰু আপোন যিহোৱাৰ দৃষ্টিত যি উত্তম, ন্যায়, আৰু সত্য, তাকেই কৰিলে। ২১ আৰু তেওঁ আপোন ঈশ্বৰক বিচাৰ কৰিবৰ নিমিত্তে ঈশ্বৰৰ গৃহৰ পৰিচৰ্য্যা-কৰ্ম্ম, ব্যৱস্থা, আৰু আজ্ঞাৰ বিষয়ে যি যি কাৰ্য্য কৰিবলৈ আৰম্ভ কৰিলে, সেইবোৰ আপোনাৰ সকলো মনেৰে কৰি কৃতকাৰ্য্য হল।

৩২ এই সকলো কাৰ্য্যৰ আৰু বিশ্বস্ত আচৰণৰ পাছে, অচূৰৰ ৰজা চন্‌হেৰীবে আহি যিহূদা দেশত সোমাল, আৰু গড়েৰে আবৃত নগৰবোৰৰ বিৰুদ্ধে ছাউনি পাতি, গড় ভাঙ্গি তাক নিজৰ কৰি লবলৈ মন কৰিলে। ২ তেতিয়া, চন্‌হেৰীব অহা আৰু যিৰূচালেমৰ অহিতে তেওঁৰ যুদ্ধ কৰিবৰ মন থকা দেখি, ৩ হিষ্কিয়াই নগৰৰ বাহিৰত থকা ভুমুকবোৰৰ পানী বন্ধ কৰিবলৈ আপোনাৰ অধ্যক্ষ আৰু বীৰপুৰুষবিলাকে সৈতে মন্ত্ৰণা কৰিলে; আৰু তেওঁবিলাকে তেওঁক সহায় কৰিলে। ৪ তাতে অচূৰৰ ৰজাবিলাকে আহি কিয় বহুৎ পানী পাব? এই কথা কৈ অনেক মানুহে গোট খাই সকলো ভুমুক, আৰু দেশৰ মাজেদি বৈ যোৱা জুৰীটো বন্ধ কৰিলে। ৫ আৰু হিষ্কিয়াই সাহ কৰি, ভগাচিগা গড় মেৰামত কৰি, ওখ ঘৰবোৰৰ সমান ওখ কৰিলে; আৰু বাহিৰত আন গড় সাজিলে, আৰু দায়ুদৰ নগৰত থকা মিল্লো দৃঢ় কৰিলে, আৰু বহুৎ অস্ত্ৰশস্ত্ৰ ও ঢাল যুগুত কৰিলে। ৬ আৰু তেওঁ লোকবিলাকৰ ওপৰত সেনাপতিবিলাক নিযুক্ত কৰি, নগৰৰ দুৱাৰৰ ওচৰৰ মুকলি ঠাইত আপোনাৰ ওচৰত সিবিলাকক গোটাই, সান্ত্বনা দিয়া এই কথা কলে, ৭ তোমালোকে বলৱন্ত হোৱা আৰু সাহ কৰা, অচূৰৰ ৰজালৈ, আৰু তেওঁৰ লগৰ সেই আটাই লোকসমূহলৈ ভয় নকৰিবা আৰু ব্যাকুল নহবা; কাৰণ তেওঁৰ লগত থকা জনত্‌কৈ আমাৰ লগত থকা জনা মহান। ৮ তেওঁৰ লগত মাংসময় বাহু আছে, কিন্তু আমাক সহায় কৰিবলৈ আৰু আমাৰ ফলীয়া হৈ যুদ্ধ কৰিবলৈ আমাৰ ঈশ্বৰ যিহোৱা আমাৰ লগত আছে; তাতে লোকবিলাকে যিহূদাৰ ৰজা হিষ্কিয়াৰ কথাত ভৰ দিলে।

৯ তাৰ পাছে, অচূৰৰ ৰজা চন্‌হেৰীব যেতিয়া সৈন্যসামন্তই সৈতে লাখীচৰ ওচৰত আছিল, তেতিয়া যিৰূচালেমলৈ যিহূদাৰ ৰজা হিষ্কিয়াৰ আৰু যিৰূচালেমত থকা সকলো যিহূদাৰ লোকবিলাকৰ ওচৰলৈ আপোন দাসবিলাকৰ দ্বাৰায় তেওঁ এই কথা কৈ পঠালে, ১০ অচূৰৰ চন্‌হেৰীব ৰজাই এই কথা কৈছে, তোমালোকে কাৰ ওপৰত নিৰ্ভৰ কৰি যিৰূচালেমত দুঃখৰ অৱস্থাত থাকিছা? ১১ আমাৰ ঈশ্বৰ যিহোৱাই আমাক অচূৰৰ ৰজাৰ হাতৰ পৰা উদ্ধাৰ কৰিব, এই

কথা কৈ হিষ্কিয়াই তোকত আৰু পিয়াহত মৰিবলৈ দিবৰ নিমিত্তে, তোমালোকক ভুলুৱা নাই নে? [12] সেই হিষ্কিয়াই জানো তেওঁৰ ওখ ঠাই আৰু যজ্ঞবেদিবোৰ গুচুউৱা নাই? আৰু, তোমালোকে একেটা যজ্ঞবেদিৰ আগত সেৱা কৰিব, আৰু তাৰে ওপৰত ধূপ জলাব লাগিব, এই বুলি জানো যিহুদা আৰু যিৰূচালেমক আজ্ঞা দিয়া নাই? [13] ময় আৰু মোৰ ওপৰ-পিতৃবিলাকে দেশবোৰৰ আটাই জাতিক কি কৰিলোঁ, তাক তোমালোকে জানো নেজানা? সেই নানা দেশীয় জাতিবিলাকৰ দেৱতাবোৰে জানো কোনো প্ৰকাৰে মোৰ হাতৰ পৰা আপোন আপোন দেশ ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। [14] মোৰ ওপৰপিতৃবিলাকে যিবোৰ জাতিক নিঃশেষে সংহাৰ কৰিছিল, সিহঁতৰ আটাই দেৱতাবোৰৰ মাজত কোনে আপোন প্ৰজাবিলাকক মোৰ হাতৰ পৰা উদ্ধাৰ কৰিব পাৰিছিল, যে, তোমালোকৰ ঈশ্বৰে মোৰ হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিব পাৰে? [15] এই হেতুকে হিষ্কিয়াই তোমালোকক মুভুলাওক, আৰু সেই ৰূপে তোমালোকৰ প্ৰবৃত্তি নজন্মাওক, আৰু তোমালোকে তাত প্ৰত্যয় নকৰিবা; কিয়নো, মোৰ হাতৰ পৰা, আৰু মোৰ ওপৰ-পিতৃবিলাকৰ হাতৰ পৰা আপোন প্ৰজাবিলাকক উদ্ধাৰ কৰিবলৈ, কোনো জাতিৰ কি ৰাজ্যৰ কোনো দেৱতাৰেই সাধ্য নাছিল; তেন্তে, তোমালোকৰ ঈশ্বৰে যে মোৰ হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিব, ই তাত্কৈ কিমান কম পৰিমাণে অসম্ভৱ! [16] তেওঁৰ দাসবিলাকে ঈশ্বৰ যিহোৱাৰ আৰু তেওঁৰ দাস হিষ্কিয়াৰ বিৰুদ্ধে আৰু অধিক কথা কলে। [17] আৰু তেওঁ ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাক ধিক্কাৰ দিবলৈ, আৰু তেওঁৰ বিৰুদ্ধে কথা কবলৈ এই ৰূপে পত্ৰও লিখিলে, যে, নানা দেশীয় জাতিবিলাকৰ দেৱতাবোৰে যেনেকৈ মোৰ হাতৰ পৰা আপোন আপোন প্ৰজাবিলাকক উদ্ধাৰ কৰিব নোৱাৰিলে, তেনেকৈ হিষ্কিয়াৰ ঈশ্বৰেও আপোন প্ৰজাবিলাকক মোৰ হাতৰ পৰা উদ্ধাৰ কৰিব নোৱাৰিব। [18] তাৰ পাছে, সিবিলাকে নগৰ হাত কৰি লবৰ ছলেৰে, যিৰূচালেমৰ গড়ৰ ওপৰত থকা মানুহবিলাকক ভয় দেখুৱাবলৈ আৰু বিহ্বল কৰিবলৈ যিহুদী ভাষাৰে সিবিলাকক বৰকৈ চিঞৰি মাতিলে। [19] আৰু পৃথিবীত থকা আন জাতিবিলাকৰ যি দেৱতাবোৰ মানুহৰ হাতেৰে সজা, সেইবোৰৰ বিষয়ে কোৱাৰ দৰে সিবিলাকে যিৰূচালেমৰ ঈশ্বৰৰ বিষয়েও কথা কলে। [20] পাছে হিষ্কিয়া ৰজা আৰু আমোচৰ পুত্ৰ যিচয়া ভাববাদীয়ে সেই বিষয়ে প্ৰাৰ্থনা কৰিলে, আৰু স্বৰ্গৰ ফাললৈ মুখ কৰি কাতৰোক্তি কৰিলে। [21] তাতে যিহোৱাই এজন দূত পঠালে; তেওঁ অচূৰৰ ৰজাৰ ছাউনিৰ আটাই বলৱান বীৰপুৰুষক, প্ৰধান লোকক, আৰু সেনাপতিক সংহাৰ কৰিলে। তেতিয়া চন্হেৰীবে লাজত তল মুখ কৰি আপোন দেশলৈ উলটি গল। পাছে তেওঁ আপোন দেৱতাৰ মন্দিৰত সোমালত, তেওঁৰ আপোন ঔৰসত জন্ম পোৱাবিলাকেই সেই ঠাইতে তৰোৱালেৰে তেওঁক বধ কৰিলে। [22] সেই দৰে যিহোৱাই হিষ্কিয়াক আৰু যিৰূচালেম-নিবাসীবিলাকক অচূৰীয়া চন্হেৰীব ৰজাৰ হাতৰ পৰা, আৰু আন সকলোৰে হাতৰ পৰা নিস্তাৰ কৰিলে, আৰু চাৰিওফালে সিবিলাকক জিৰণি দিলে। [23] তাতে অনেক লোকে যিৰূচালেমলৈ যিহোৱাৰ নিমিত্তে উপহাৰ, আৰু যিহুদাৰ হিষ্কিয়া ৰজাৰ ওচৰলৈ বহুমূল্য বস্তু আনিলে; এই ৰূপে তেতিয়াৰে পৰা তেওঁ আটাই জাতিবিলাকৰ দৃষ্টিত মহান হল।

[24] সেই সময়ত হিষ্কিয়া নৰীয়া পড়ি মৰিব লগা হলত, তেওঁ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলে; তাতে যিহোৱাই তেওঁক উত্তৰ দিলে, আৰু তেওঁক এটা আশ্চৰিত লক্ষণ দেখুৱালে। [25] কিন্তু হিষ্কিয়াই পোৱা উপকাৰ অনুসাৰে প্ৰতিদান নকৰিলে; কিয়নো তেওঁৰ মন গৰ্ব্বী হল; এই হেতুকে তেওঁৰ, যিহুদাৰ, আৰু যিৰূচালেমৰ ওপৰত যিহোৱা ক্ৰুদ্ধ হল। [26] তথাপি হিষ্কিয়াই আৰু যিৰূচালেম-নিবাসীবিলাকে আপোন আপোন মনৰ গৰ্ব্ব বুজি আপোনাবিলাকক নম্ৰ কৰিলত, সিবিলাকলৈ যিহোৱাৰ ক্ৰোধ হিষ্কিয়াৰ ৰাজত্বৰ কালত সিদ্ধ কৰা নহল। [27] হিষ্কিয়াৰ অতি অধিক ধন আৰু সম্মান আছিল; আৰু তেওঁ আপোনাৰ নিমিত্তে, ৰূপৰ, সোণৰ, বহুমূল্য মণিৰ, সুগন্ধি

দ্রব্যর, চাউলর, আরু সকলো বিধ বহুমূল্য পাত্রর ভঁরাল, ২৮ শস্য, দ্রাক্ষারস, আরু তেল আদি বস্তুর ভঁরাল, আরু নানাবিধ পশুর ঘর, আরু মেরর জাকর নিমিত্তে গঁরাল যুগুত করিলে। ২৯ আরু তেওঁ আপোনার নিমিত্তে নানা নগর সাজিলে, আরু গরু মের আদির অনেক জাক লাভ করিলে; কিয়নো ঈশ্বরে তেওঁক অতিশয় অধিক সম্পত্তি দিছিল। ৩০ এই হিষ্কিয়াই ওপর ফালে থকা গীহোন ভুমুকর মুখ বন্ধ করি পোনে পোনে দায়ুদর নগরর পশ্চিম-কোমে সেই পানী নমাই আনিলে, আরু হিষ্কিয়াই আপোনার সকলো কার্য্যত কৃতকার্য্য হল। ৩১ কিন্তু, দেশত ঘটা অদ্ভুত লক্ষণর বিষয়ে সুধিবলৈ বাবিলর অধ্যক্ষবিলাকে পঠোৱা দূতবিলাকর কথাত হলে, ঈশ্বরে তেওঁর মনর আটাই ভাব জানিবর নিমিত্তে পরীক্ষা করিবলৈ তেওঁক ত্যাগ করিলে। ৩২ হিষ্কিয়ার অবশিষ্ট বৃত্তান্ত, আরু তেওঁর সৎকার্য্যর কথা আমোচর পুত্র যিচয়া ভাববাদীর দর্শন-পত্রিকাত, যিহূদার আরু ইস্রায়েলর রজাবিলাকর ইতিহাস-পুস্তকখনিত লিখা আছে। ৩৩ পাছে হিষ্কিয়া আপোন ওপর-পিতৃবিলাকর লগত নিদ্রিত হলত, লোকবিলাকে দায়ুদর সন্তানবিলাকর মৈদামনীর সকলোতকৈ ওখ ঠাইত তেওঁক মৈদাম দিলে; আরু তেওঁর মরণর কালত গোটেই যিহূদা আরু যিরূচালেম-নিবাসীবিলাকে তেওঁক সন্মান করিলে; পাছে তেওঁর পুত্র মনচি তেওঁর পদত রজা হল।

### মনচি আরু আমোনর রাজত্ব।

৩৩ মনচিয়ে বার বছর বয়সত রজা হৈ, যিরূচালেমত পাঁচপন্ন বছর রাজত্ব করিলে। ২ আরু যিহোবাই ইস্রায়েলর সন্তানবিলাকর আগর পরা যি জাতিবিলাকক দূর করিছিল, সিইঁতর সকলো ঘিণলগীয়া কার্য্যর দরে তেওঁ যিহোবার সাক্ষাতে কু-আচরণ করিলে। ৩ কিয়নে তেওঁর পিতৃ হিষ্কিয়াই ভাঙ্গি পেলোৱা ওখ ঠাইবোর তেওঁ পুনরায় সাজিলে; আরু তেওঁ বাল দেৱতাবোরর উদ্দেশে যজ্ঞবেদিবোর স্থাপন করিলে, আচেরা মূর্ত্তিবোর সাজিলে, আরু আকাশ-মণ্ডলর সকলো বাহিনীবিলাকর আগত প্রণিপাত করিলে, আরু সেইবোরক সেৱাপূজা করিলে। ৪ আরু যিহোবাই যি গৃহর বিষয়ে কৈছিল, বোলে, মোর নাম যিরূচালেমত সদা-কাললৈকে থাকিব, যিহোবার সেই গৃহত তেওঁ কেইটামান যজ্ঞবেদি নির্ম্মাণ করিলে। ৫ এই রূপে তেওঁ যিহোবার গৃহর দুয়োখন চোতালত আকাশ-মণ্ডলর সকলো বাহিনীবিলাকর উদ্দেশে যজ্ঞবেদি নির্ম্মাণ করিলে। ৬ আরু তেওঁ আপোনার সন্তানবিলাকক হিন্নোমর পুত্রেকর উপত্যকাত অগ্নির মাজেদি গমন করালে, গণকর কার্য্য করিলে, লক্ষণ চালে, মায়াকর্ম্ম করিলে, আরু ভূত পোহা ও গুণ-মন্ত্র জনাবিলাকক লগালে; যিহোবাক বেজার দিবর অর্থে তেওঁর সাক্ষাতে তেওঁ বহুৎ কু-আচরণ করিলে। ৭ আরু তেওঁ আপুনি করা এটা প্রতিমা ঈশ্বরর গৃহত স্থাপন করিলে; সেই গৃহর বিষয়ে ঈশ্বরে দায়ুদক আরু তেওঁর পুত্র চলোমনক কৈছিল, বোলে, ইস্রায়েলর সকলো ফৈদর মাজর পরা এই যি গৃহ আরু যিরূচালেম মই মনোনীত করিলোঁ, ইয়াত মোর নাম সদাকাললৈকে স্থাপন করিম; ৮ আরু মই সিবিলাকক দিয়া সকলো আজ্ঞা, অর্থাৎ মোচির হতুৱাই দিয়া গোটেই ব্যৱস্থা আরু বিধি ও শাসন-প্রণালীবোর যদি সিবিলাকে পালন করে, আরু সেই অনুসারে কার্য্য করে, তেন্তে মই তোমালোকর ওপর-পিতৃবিলাকর নিমিত্তে নিরূপণ করা দেশর পরা ইস্রায়েলর ভরি আরু নুগুচাম। ৯ তথাপি মনচিয়ে যিহূদাক আরু যিরূচালেম-নিবাসীবিলাকক এনেকৈ ভ্রান্ত করিলে, যে, যিহোবাই ইস্রায়েলর সন্তানবিলাকর আগর পরা যি জাতিবিলাকক উচ্ছন্ন করিছিল, সিবিলাকে সিইঁতত্কৈয়ো অধিক কু-আচরণ করিলে। ১০ আরু যিহোবাই মনচিক ও তেওঁর লোকবিলাকক নানা কথা কলে; কিন্তু সিবিলাকে তালৈ কাণ নিদিলে। ১১ এই হেতুকে যিহোবাই সিবিলাকর বিরুদ্ধে অচূরর রজার সেনাপতিবিলাকক আনিলে; সিবিলাকে মনচিক ধরি হাঁকোটা লগাই শিকলিরে বান্ধি বাবিললৈ লৈ গল। ১২ তেতিয়া সঙ্কটত পড়ি তেওঁ আপোন ঈশ্বর যিহোবার আগত মিনতি করিলে, আরু আপোন ওপর-পিতৃবিলাকর ঈশ্বরর আগত আপোনাকে

অতিশয় নম্ৰ কৰিলে। ১৩ আৰু তেওঁ ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰিলত, ঈশ্বৰে তেওঁৰ প্ৰাৰ্থনা গ্ৰাহ্য কৰি, তেওঁৰ বিনয় শুনি তেওঁক পুনৰায় তেওঁৰ ৰাজ্য যিৰূচালেমলৈ আনিলে; তেতিয়া যিহোৱাইহে যে ঈশ্বৰ, তাক মনচিয়ে জানিলে।

১৪ তাৰ পাছে তেওঁ গীহোনৰ পশ্চিমে উপত্যকাত মৎস্য দুৱাৰৰ সোমোৱা ঠাইলৈকে দায়ূদৰ নগৰৰ এক বাহিৰ-গড় সাজিলে; আৰু ওফেলৰ চাৰিওফালৰ গড় মেৰামত কৰি তাক অতি ওখ কৰিলে; আৰু গড়েৰে আবৃত যিহূদাৰ নগৰবোৰত সেনাপতিবিলাকক ৰাখিলে। ১৫ আৰু তেওঁ যিহোৱাৰ গৃহৰ পৰা বিজাতীয় দেৱতাবোৰ, প্ৰতিমাটো, আৰু যিহোৱাৰ গৃহৰ পৰ্ব্বতত ও যিৰূচালেমত নিজে নিৰ্ম্মাণ কৰা যজ্ঞবেদিবোৰ শুচাই নগৰৰ পৰা দূৰ কৰি পেলালে। ১৬ আৰু তেওঁ যিহোৱাৰ বেদি মেৰামত কৰি তাৰ ওপৰত মঙ্গলাৰ্থক বলি আৰু ধন্যবাদাৰ্থক বলি উৎসৰ্গ কৰিলে, আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ আৰাধনা কৰিবলৈ যিহূদাক আজ্ঞা দিলে। ১৭ তথাপি তেতিয়াও লোকবিলাকে ওখ ঠাইবোৰত বলিদান কৰিছিল, কিন্তু কেৱল আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশেহে কৰিছিল। ১৮ দেখা, মনচিৰ অৱশিষ্ট বৃত্তান্ত, আপোন ঈশ্বৰৰ আগত তেওঁ কৰা প্ৰাৰ্থনা, আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ নামেৰে তেওঁৰ আগত কোৱা দৰ্শকবিলাকৰ বাক্য, ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা আছে। ১৯ আৰু তেওঁ প্ৰাৰ্থনা কৰা, সেই প্ৰাৰ্থনা গ্ৰাহ্য হোৱা, আৰু তেওঁ সকলো পাপ ও সত্যলঙ্ঘন কৰাৰ বিষয়, আৰু নম্ৰ হোৱাৰ আগেয়ে তেওঁ যি যি ঠাইত ওখ ঠাই সাজিছিল, আৰু আচেৰা মূৰ্ত্তি ও কটা-প্ৰতিমা স্থাপন কৰিছিল, সেই সকলোৰে বিবৰণ হোজয়ৰ পুস্তকখনিত লিখা আছে। ২০ পাছে মনচি আপোন ওপৰ-পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, লোকবিলাকে তেওঁৰ ঘৰৰ ভিতৰতে তেওঁক মৈদাম দিলে, আৰু তেওঁৰ পুত্ৰ আমোন তেওঁৰ পদত ৰজা হল।

২১ আমোনে বাইশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত দুবছৰ ৰাজত্ব কৰিলে। ২২ তেওঁৰ বাপেক মনচিয়ে কৰা নিচিনাকৈ তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; তেওঁৰ বাপেক মনচিয়ে কৰা আটাই কটা-প্ৰতিমাৰ উদ্দেশে তেওঁ বলিদান কৰিলে, আৰু সেইবোৰক পূজা কৰিলে। ২৩ আৰু তেওঁৰ বাপেক মনচিয়ে যেনেকৈ আপোনাকে নম্ৰ কৰিছিল, তেনেকৈ তেওঁ যিহোৱাৰ সাক্ষাতে আপোনাকে নম্ৰ নকৰিলে; কিন্তু এই আমোনে দোষৰ উপৰি দোষ কৰিলে। ২৪ পাছে তেওঁৰ দাসবিলাকে তেওঁৰ বিৰুদ্ধে চক্ৰান্ত কৰি তেওঁৰ গৃহতে তেঁওক বধ কৰিলে। ২৫ কিন্তু দেশৰ লোকবিলাকে আমোন ৰজাৰ বিৰুদ্ধে চক্ৰান্ত কৰা সকলোকে বধ কৰিলে; আৰু দেশৰ লোকবিলাকে তেওঁৰ পুত্ৰ যোচিয়াক তেওঁৰ পদত ৰজা পাতিলে।

যোচিয়াৰ ৰাজত্ব। মন্দিৰ শুচি কৰা। ব্যৱস্থা-পুস্তক উলিয়াই পাঠ কৰা।

৩৪ যোচিয়াই আঠ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত একত্ৰিশ বছৰ ৰাজত্ব কৰিলে। ২ যিহোৱাৰ দৃষ্টিত যি ন্যায়, তেওঁ তাকে কৰিলে; তেওঁ আপোন ওপৰ-পিতৃ দায়ূদৰ পথত চলিলে, তাৰ পৰা সোঁ কি বাঁওফালে নুঘুৰিলে। ৩ কিয়নো, তেওঁৰ ৰাজত্বৰ অষ্টম বছৰত তেওঁ অলপ বয়সীয়া হৈয়ো, আপোন ওপৰ-পিতৃ দায়ূদৰ ঈশ্বৰক বিচাৰিবলৈ ধৰিলে; আৰু দ্বাদশ বছৰত ওখ ঠাইবোৰ, আচেৰা মূৰ্ত্তিবোৰ, আৰু কটা ও সাঁচত ঢলা প্ৰতিমাবোৰ শুচাই যিহূদা আৰু যিৰূচালেম শুচি কৰিবলৈ ধৰিলে। ৪ আৰু তেওঁৰ সাক্ষাতে লোকবিলাকে বাল দেৱতাবোৰৰ যজ্ঞবেদিবোৰ ভাঙ্গি পেলালে, আৰু সেইবোৰতকৈ ওখত স্থাপন কৰা সূৰ্য্য-প্ৰতিমাবোৰকো তেওঁ কাটি পেলালে; আৰু আচেৰা মূৰ্ত্তিবোৰ আৰু কটা ও সাঁচত ঢলা প্ৰতিমাবোৰ ভাঙ্গি গুড়ি কৰি, সেইবোৰৰ উদ্দেশে বলিদান কৰাবিলাকৰ মৈদামৰ ওপৰত সেই ধূলি ছটিয়াই পেলালে। ৫ আৰু তেওঁ পুৰোহিতবিলাকৰ হাড়বোৰ সিহঁতৰ যজ্ঞবেদিৰ ওপৰত দগ্ধ কৰিলে, আৰু যিহূদা ও যিৰূচালেম শুচি কৰিলে। ৬ আৰু তেওঁ মনচিৰ, ইফ্ৰয়িমৰ, আৰু চিমিয়োনৰ নগৰে নগৰে নপ্তালীলৈকে সকলো ফালে সিবিলাকৰ উচ্ছন্ন হোৱা ঠাইত সেই দৰে কৰিলে। ৭ আৰু

তেওঁ যজ্ঞবেদিবোর ভাঙ্গিলে, আচেরা মূর্ত্তিবোর ও কটা-প্রতিমাবোর গুড়ি করিলে, আৰু ইস্রায়েল দেশর সকলো ঠাইর আটাইবোর সূর্য্য-প্রতিমা কাটি পেলালে, পাছে যিরূচালেমলৈ উলটি আহিল।

[৮] তেওঁর রাজত্বর অষ্টাদশ বছরত, দেশ আৰু গৃহ শুচি করার পাছে, তেওঁ আপোন ঈশ্বর যিহোৱার গৃহ মেরামত করিবর নিমিত্তে অচলিয়ার পুত্র চাফনক, নগরর অধ্যক্ষ মাচেয়াক, আৰু যোৱাহজর পুত্র যোৱাহ ইতিহাস-লিখকক পঠালে। [৯] এই হেতুকে তেওঁবিলাক হিল্কিয়া প্রধান পুরোহিতর ওচরলৈ গলত, ঈশ্বরর গৃহলৈ অনা রূপ, অর্থাৎ লেবীয়া দুৱরী-বিলাকে মনচি ইফ্রয়িম আদি ইস্রায়েলর অবশিষ্ট লোকর পরা, গোটেই যিহূদা আৰু বিন্যামীনর পরা, আৰু যিরূচালেম-নিবাসী-বিলাকর পরাও গোটোৱা সকলো রূপ সিবিলাকে তেওঁবিলাকক সোধাই দিলে। [১০] আৰু তেওঁ-বিলাকে যিহোৱার গৃহত নিযুক্ত থকা কার্য্য চলাওঁতাবিলাকর হাতত তাক দিলে; পাছে কার্য্য চলাওঁতাবিলাকে, অর্থাৎ যিহোৱার গৃহত কাম করাওঁতা লোকবিলাকে সেই গৃহ মেরামত করিবর আৰু দৃঢ় করিবর নিমিত্তে তাক দিলে, [১১] অর্থাৎ মিস্ত্রী আদি ঘর সাজোঁতাবিলাকক কটা-শিল আৰু বরগার কাঠ কিনিবলৈ, আৰু যিহূদার রজাবিলাকে নষ্ট করা ঘরবোরর নিমিত্তে চতি বনাবলৈ সেই ধন দিলে। [১২] আৰু সেই লোকবিলাকে বিশ্বাসীরূপে কার্য্য করিলে; আৰু মরারীর সন্তানবিলাকর মাজর যহৎ আৰু ওবদিয়া এই দুজন লেবীয়া মানুহ সিবিলাকর অধ্যক্ষ আছিল; আৰু কহাতর সন্তানবিলাকর মাজর জখরিয়া, মচুল্লম, আৰু বাদ্য বজোৱাত নিপুণ আন আন লেবীয়াবিলাক কাম চলাবর নিমিত্তে নিযুক্ত হৈছিল। [১৩] আৰু সিবিলাক ভার বওঁতাবিলাকর অধ্যক্ষ আছিল, আৰু সকলো বিধর কাম করোঁতাবিলাকক চলাইছিল; আৰু লেবীয়াবিলাকর মাজত কোনো কোনো লিখক, কোনো কোনো শাসনকর্ত্তা, আৰু কোনো কোনো দুৱরী আছিল। [১৪] যিহোৱার গৃহলৈ অনা রূপ তেওঁবিলাকে উলিওৱা সময়ত, হিল্কিয়া পুরোহিতে মোচিয়ে দিয়া যিহোৱার ব্যৱস্থা-পুস্তকখনি পালে। [১৫] আৰু হিল্কিয়াই চাফন লিখকক উত্তর দি কলে, মই যিহোৱার গৃহত ব্যৱস্থা-পুস্তকখনি পালোঁ; পাছে হিল্কিয়াই সেই পুস্তকখনি চাফনক দিলে। [১৬] চাফনে আকৌ সেই পুস্তকখনি রজার গুরিলৈ লৈ গল, আৰু রজার আগত বার্ত্তা দি কলে, আপোনার এই দাসবিলাকক আদেশ করা সকলো কার্য্য চলিব লাগিছে; [১৭] আৰু আপোনার এই দাসবিলাকে যিহোৱার গৃহত পোৱা সকলো ধন চন্দুকর পরা ঢালি, কার্য্যাধ্যক্ষ আৰু কাম করোঁতাবিলাকর হাতত দিলে। [১৮] আৰু চাফন লিখকে রজাক জনালে, বোলে, হিল্কিয়া পুরোহিতে মোক এখনি পুস্তক দিলে। পাছে চাফনে রজার আগত তাক পাঠ করিবলৈ ধরিলে। [১৯] তেতিয়া, রজাই ব্যৱস্থার বাক্যবোর শুনামাত্রকে আপোনার কাপোর ফালিলে। [২০] আৰু রজাই হিল্কিয়াক, চাফনর পুত্র অহী-কামক, মীখার পুত্র অব্দোনক, চাফন লিখকক, আৰু রজার দাস অচায়াক এই আজ্ঞা করিলে, [২১] তোমালোকে গৈ, মোর আৰু ইস্রায়েল ও যিহূদার মাজত অবশিষ্ট থকা লোকবিলাকর নিমিত্তে, পোৱা এই পুস্তকখনির বাক্যর বিষয়ে যিহোৱাক সোধাগৈ; কিয়নো আমার ওপরত যিহোৱাই বর্ষোৱা ক্রোধ অতিশয় বড়; কারণ ওপর-পিতৃবিলাকে এই পুস্তকত লিখা কোনো বাক্য অনুসারে কাম করিবর অর্থে যিহোৱার বাক্য পালন নকরিলে। [২২] পাছে হিল্কিয়া আৰু রজাই আদেশ করা সেই লোকবিলাক হস্রার নাতি তকৃহতর পুত্র বস্ত্র-ভঁরালী চল্লুমর ভার্য্যা হুল্দা ভাববাদিনীর ওচরলৈ গল; (সেই কালত তেওঁ যিরূচালেমর দ্বিতীয় ভাগত নিবাস করিছিল;) আৰু তেওঁবিলাকে সেই বিষয়ে তেওঁক কলে। [২৩] তাতে তেওঁ তেওঁ-বিলাকক কলে, ইস্রায়েলর ঈশ্বর যিহোৱাই এই কথা কৈছে, মোর ওচরলৈ তোমালোকক পঠোৱা জনক কোৱাগৈ, [২৪] যিহোৱাই এই কথা কৈছে, দেখা, মই এই ঠাইর আৰু ইয়ার নিবাসীবিলাকর ওপরত অমঙ্গল ঘটাম, অর্থাৎ যিহূদার রজার আগত যি পুস্তক পঢ়া হল, তার মাজত লিখা সকলো শাও ফলিওৱাম; [২৫] কারণ, আপোন আপোন হাতেরে করা

সকলো কৰ্ম্মৰ দ্বাৰায় মোক বেজাৰ দিবলৈ, সিবিলাকে মোক ত্যাগ কৰি ইতৰ দেৱতাবোৰৰ উদ্দেশে ধূপ জলালে; এতেকে এই ঠাইৰ ওপৰত মোৰ ক্ৰোধাগ্নি বৰ্ষোৱা যাব, মুমুৱা নেযাব। [২৬] কিন্তু যিহোৱাক সুধিবলৈ তোমালোকক পঠোৱা যিহূদাৰ ৰজাৰ আগত এই কথা কবা, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, তুমি যি যি বাক্য শুনিলা, সেইবোৰৰ বিষয়ে মোৰ কথা এই, [২৭] এই ঠাই আৰু ইয়াৰ নিবাসীবিলাকৰ বিৰুদ্ধে তেওঁৰ যি বাক্য, তাক তুমি শুনামাত্ৰে ঈশ্বৰৰ আগত তোমাৰ মন কোমল কৰিলা, ঈশ্বৰৰ সাক্ষাতে নিজকে নম্ৰ কৰিলা, আৰু আপোন কাপৰ ফালি মোৰ আগত ক্ৰন্দন কৰিলা, এই নিমিত্তে, যিহোৱাই কৈছে,ময়ো তোমাৰ কথা শুনিলোঁ। [২৮] দেখা,ময় তোমাৰ ওপৰ-পিতৃবিলাকৰ লগলৈ তোমাক নিম, আৰু তোমাক শান্তিৰে তোমাৰ মৈদামলৈ নিয়া হব; আৰু ময় এই ঠাইৰ আৰু ইয়াৰ নিবাসীবিলাকৰ ওপৰত যিবোৰ অমঙ্গল ঘটাম, সেইবোৰৰ একোকে তোমাৰ চকুৱে নেদেখিব। পাছে তেওঁবিলাকে উলটি আহি ৰজাক বাৰ্ত্তা দিলে।

[২৯] তাৰ পাছে ৰজাই মানুহ পঠাই যিহূদাৰ আৰু যিৰূচালেমৰ সকলো বৃদ্ধ লোকবিলাকক গোট খুৱালে। [৩০] তাতে ৰজাই যিহূদাৰ আটাই লোক, যিৰূচালেম-নিবাসীবিলাক, পুৰোহিতবিলাক, লেবীয়াবিলাক, আৰু সৰু বড় সমুদায় প্ৰজাক লগত লৈ যিহোৱাৰ গৃহলৈ উঠি গল; আৰু যিহোৱাৰ গৃহত পোৱা নিয়ম-পুস্তকখনিৰ সকলো বাক্য ৰজাই লোকবিলাকক পঢ়াই শুনালে। [৩১] পাছে ৰজাই আপোনাৰ ঠাইত থিয় হৈ, যিহোৱাৰ পাছত চলিবলৈ, আৰু সকলো মনেৰে ও সকলো প্ৰাণেৰে তেওঁৰ আজ্ঞা, সাক্ষ্যবাক্য, আৰু বিধিবোৰ পালন কৰিবলৈ, আৰু সেই পুস্তকখনিত লিখা নিয়মটীৰ বাক্য অনুসাৰে কাম কৰিবলৈ যিহোৱাৰ সাক্ষাতে এটী নিয়ম কৰিলে। [৩২] আৰু যিৰূচালেমৰ ও বিন্যামীনৰ যিমান লোক উপস্থিত আছিল, তেওঁ সেই সকলোকে নিয়মটী পালন কৰিবলৈ অঙ্গীকাৰ কৰালে; তাতে যিৰূচালেম-নিবাসীবিলাকে ঈশ্বৰৰ, আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰৰ নিয়মটী অনুসাৰে কাৰ্য্য কৰিলে। [৩৩] যোচিয়াই ইস্ৰায়েলৰ সন্তানবিলাকে অধিকাৰ কৰা সকলো দেশৰ পৰা আটাই ঘিণলগীয়া বস্তুবোৰ দূৰ কৰিলে, আৰু ইস্ৰায়েলৰ মাজত থকা সকলো লোকক আৰাধনা, সিবিলাকৰ ঈশ্বৰ যিহোৱাৰ আৰাধনা কৰালে। সিবিলাকে তেওঁৰ জীৱনৰ সকলো কালত আপোনাবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাৰ পাছত চলিবলৈ নেৰিলে।

যোচিয়াই নিস্তাৰ-পৰ্ব্ব পালন কৰা। মিচৰৰ ৰজাৰ লগত তেওঁৰ যুদ্ধ। তেওঁৰ মৃত্যু।

**৩৫** পাছে যোচিয়াই যিৰূচালেমত যিহোৱাৰ উদ্দেশে নিস্তাৰ-পৰ্ব্ব পালন কৰিলে; আৰু লোকবিলাকে প্ৰথম মাহৰ চতুৰ্দ্দশ দিনা নিস্তাৰ-পৰ্ব্বৰ বলি মাৰিলে। [২] তেওঁ পুৰোহিতবিলাকক সিবিলাকৰ আপোন আপোন কামত লগালে, আৰু যিহোৱাৰ গৃহৰ সেৱকীয়া কাম কৰিবলৈ সিবিলাকক আশ্বাস দিলে। [৩] আৰু যি লেবীয়াবিলাক গোটেই ইস্ৰায়েলৰ শিক্ষক আৰু যিহোৱাৰ উদ্দেশে পবিত্ৰ লোক আছিল, সিবিলাকক তেওঁ কলে, ইস্ৰায়েলৰ ৰজা দায়ূদৰ পুত্ৰ চলোমনে নিৰ্ম্মাণ কৰা গৃহত তোমালোকে পবিত্ৰ চন্দুকটো ৰাখা; তোমালোকে আপোনাবিলাকৰ কান্ধত আৰু তাৰ বব নেলাগে; এতিয়া তোমালোকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ আৰু তেওঁৰ প্ৰজা ইস্ৰায়েল লোকবিলাকৰ খাটনি খাটা। [৪] আৰু তোমালোকে আপোন আপোন পিতৃ-বংশ অনুসাৰে, ইস্ৰায়েলৰ ৰজা দায়ূদে লিখা, আৰু তেওঁৰ পুত্ৰ চলোমনে লিখাৰ দৰে আপোন আপোন পালক্ৰমে আপোনাবিলাকক যুগুত কৰা। [৫] আৰু তোমালোকৰ ভাই প্ৰজাবিলাকৰ পিতৃ-বংশৰ অংশ অনুসাৰে, তোমালোক পবিত্ৰ-স্থানত থিয় হোৱা; লোকবিলাকৰ প্ৰত্যেক অংশৰ নিমিত্তে লেবীয়াবিলাকৰ পিতৃ-বংশৰ এক এক অংশ হব। [৬] তোমালোকে নিস্তাৰ-পৰ্ব্বৰ বলি মাৰা, আৰু আপোনাবিলাকক পবিত্ৰ কৰা, আৰু মোচিৰ দ্বাৰায় কোৱা যিহোৱাৰ

বাক্য অনুসারে কার্য্য করিববৈ আপোনা-বিলাকর ভাইবিলাকর নিমিত্তে আয়োজন করা। [7] পাছে যোচিয়াই প্রজাবিলাকক, উপস্থিত হোৱা সকলোকে কেৱল নিস্তার-পর্ব্বর বলিদানর অর্থে জাকর পরা লেখর ত্রিশ হাজার মের ও ছাগ পোৱালি দিলে, আরু তার বাহিরে তিনি হাজার ভতরা দিলে; এই সকলোকে রজার সম্পত্তির পরা দিয়া হল। [8] আরু তেওঁর প্রধান লোকবিলাকে ইচ্ছামনেরে লোকবিলাকক, পুরোহিতবিলাকক, আরু লেবীয়াবিলাকক, উৎসর্গ করিবর অর্থে পশু দান করিলে; বিশেষকৈ হিল্কিয়া, জখরিয়া, আরু যিহীয়েল, ঈশ্বরর গৃহর এই অধ্যক্ষ কেইজনে পুরোহিত-বিলাকক নিস্তার-পর্ব্বর বলিদানর অর্থে দুই হাজার ছশ মের ও ছাগ পোৱালি, আরু তিনি শ ভতরা দিলে। [9] আরু লেবীয়া-বিলাকর অধ্যক্ষ কননিয়া আরু তেওঁর দুজন ভায়েক চময়িয়া আরু নথনেল, আরু হচবিয়া, যিয়ীয়েল, ও যোজাবদ, ইবিলাকে লেবীয়া-বিলাকক নিস্তার-পর্ব্বর বলিদানর অর্থে পাঁচ হাজার মের ও ছাগ পোৱালি, আরু পাঁচ শ ভতরা দিলে। [10] এই রূপে সেৱকীয়া কার্য্যর ঠিক্‌ঠাক হলত, রজার আজ্ঞা অনুসারে পুরো-হিতবিলাক আপোন আপোন ঠাইত আরু লেবীয়াবিলাক আপোন আপোন পাল অনুসারে থিয় হল। [11] পাছে নিস্তার-পর্ব্বর আটাই বলি মরা হলত, পুরোহিতবিলাকে সিবিলাকর হাতর পরা তেজ লৈ ছটিয়ালে, আরু লেবীয়াবিলাকে পশুবোরর চাল বখলিয়ালে। [12] আরু মোচির পুস্তকত লিখার দরে, যিহোৱার উদ্দেশে উৎসর্গ করিবর অর্থে সিবিলাকে প্রজাবিলাকর পিতৃ-বংশবিলাকর অংশ অনুসারে সকলোকে দিবর নিমিত্তে, দগ্ধ করিব লগীয়া ভাগ এরুৱাই ললে, আরু ভতরাবোরকো সেই একে রূপে করিলে। [13] পাছে সিবিলাকে বিধিমতে নিস্তার-পর্ব্বর বলি জুইত খরিকা দিলে; কিন্তু পবিত্রীকৃত আন পশুর মাংস কেরাহিত, টৌত, আরু জঁকাত সিজালে, আরু সকলো লোকক লরা-লরিকৈ বাঁটি দিলে। [14] পাছে সিবিলাকে আপোনাবিলাকর নিমিত্তে আরু পুরোহিত-বিলাকর নিমিত্তে আয়োজন করিলে; কিয়নো হারোণর সন্তান পুরোহিতবিলাকে হোম-বলির তেল পোরোঁতে রাতিলৈকে লাগি আছিল; এই হেতুকে লেবীয়াবিলাকে আপোনা-বিলাকর, আরু হারোণর সন্তান পুরোহিত-বিলাকর নিমিত্তে আয়োজন করিলে। [15] আরু দায়ূদ, আচফ, হেমন, আরু রজার দর্শক যিদূথূনে আজ্ঞা করার দরে আচফর সন্তান গায়কবিলাক আপোন আপোন ঠাইত আছিল, আরু দুৱরী-বিলাক প্রত্যেক দুৱারত আছিল; আপোন আপোন কাম এরি যাববৈ সিবিলাকর প্রয়োজন নহল, কিয়নো সিবিলাকর লেবীয়া ভাইবিলাকে সিবিলাকর নিমিত্তে আয়োজন করিছিল। [16] এই রূপে যোচিয়া রজার আজ্ঞা অনুসারে নিস্তার-পর্ব্ব পালন করিববৈ, আরু যিহোৱার যজ্ঞবেদির ওপরত হোম করিববৈ যিহোৱার সকলো সেৱকীয়া কাম সেই দিনাই পরিপাটীকৈ করা হল। [17] এই হেতুকে উপস্থিত থকা ইস্রায়েলর সন্তানবিলাকে সেই সময়ত নিস্তার-পর্ব্ব, আরু সাত দিনলৈকে খমীর নোহোৱা পিঠার উৎসৱ পালন করিলে। [18] চমুৱেল ভাববাদীর দিনরে পরা ইস্রায়েলত এনেকুৱা নিস্তার-পর্ব্ব পালন করা নাছিল; আরু যোচিয়া, পুরোহিতবিলাক, লেবীয়াবিলাক, উপস্থিত হোৱা গোটেই যিহূদা আরু ইস্রায়েলর লোকবিলাক, আরু যিরূচালেম-নিবাসীবিলাকে যেনেকৈ নিস্তার-পর্ব্ব পালন করিছিল, ইস্রায়েলর কোনো রজাই তেনেকৈ পালন করা নাছিল। [19] যোচিয়ার রাজত্বর অষ্টাদশ বছরত এই নিস্তার-পর্ব্ব পালন করা হল।

[20] এই সকলোরে পাছে, যোচিয়াই মন্দির ঠিক করিলত, মিচরর নখো রজাই ফরাৎ নদীর ওচরত থকা কর্কমীচত যুদ্ধ করিববৈ আহিছিল, এনে সময়ত যোচিয়াই তেওঁর বিরুদ্ধে যুদ্ধযাত্রা করিলে। [21] কিন্তু তেওঁ দূতর দ্বারায় কৈ পঠালে, বোলে, হে যিহূদার রজা, তোমার লগত মোর কি সম্পর্ক আছে? ময় আজি তোমার বিরুদ্ধে অহা নাই; কিন্তু যি বংশর লগত মোর রণ আছে, সিহঁতর বিরুদ্ধে আহিছোঁ; আরু ঈশ্বরে মোক বেগ করিববৈ দিলে; মোর লগত থকা ঈশ্বরে তোমাক বিনষ্ট নকরিবর নিমিত্তে, তেওঁলৈ বিরুদ্ধাচরণ করার পরা তুমি

ক্ষান্ত হোৱা। [22]তথাপি যোচিয়াই তেওঁৰ পৰা বিমুখ নহৈ, তেওঁৰ লগত যুদ্ধ কৰিববৈলৈ ছদ্মবেশ ধৰিলে, আৰু ঈশ্বৰৰ মুখৰ পৰা ওলোৱা নখোৰ কথালৈ মন নিদি, মগিদ্দোৰ উপত্যকাত যুদ্ধ কৰিববৈলৈ গল। [23]তাতে ধনুৰ্দ্ধৰবিলাকে যোচিয়া ৰজালৈ কাঁৰ মাৰিলত, ৰজাই আপোনাৰ দাসবিলাকক কলে, মোক আঁতৰাই নিয়া; কিয়নো ময় বড়কৈ খুন হলোঁ। [24]তেতিয়া তেওঁৰ দাসবিলাকে ৰথৰ পৰা তেওঁক উলিয়াই তেওঁৰ দ্বিতীয় ৰথত তুলি যিৰূচালেমলৈ আনিলে; আৰু তেওঁ মৰিলত, আপোন ওপৰ-পিতৃবিলাকৰ মৈদামবোৰত তেওঁক মৈদাম দিয়া হল। পাছে গোটেই যিহুদা আৰু যিৰূচালেমে যোচিয়াৰ নিমিত্তে শোক কৰিলে। [25]আৰু যিৰিমিয়াই যোচিয়াৰ নিমিত্তে বিলাপ কৰিলে; তাতে সকলো গায়ক আৰু গায়ীকাই আপোন আপোন বিলাপত যোচিয়াৰ বিষয়ে গান কৰে, আজিলৈকে সেই গান চলি আছে; আৰু সিবিলাকে তাকে ইস্ৰায়েলে পালন কৰিব লগীয়া নিয়ম কৰিলে; আৰু দেখা, সেয়ে বিলাপ-পুস্তকখনিত লিখা আছে। [26]যোচিয়াৰ অৱশিষ্ট বৃত্তান্ত, যিহোৱাৰ ব্যৱস্থাত লিখামতে কৰা তেওঁৰ উত্তম কাৰ্য্যবোৰ, [27]আৰু তেওঁৰ আদ্যোপান্ত বিবৰণ ইস্ৰায়েলৰ আৰু যিহুদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা আছে।

যিহোৱাহজ, যিহোয়াকীম, যিহোয়াখীন, আৰু চিদিকিয়াৰ ৰাজত্ব। লোকবিলাকক বন্দী কৰি নিয়া।

৩৬ পাছে দেশৰ লোকবিলাকে যোচিয়াৰ পুত্ৰ যিহোৱাহজক লৈ যিৰূচালেমত তেওঁৰ পিতৃৰ পদত ৰজা পাতিলে। [2]যোৱাহজে তেইশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত তিনি মাহ ৰাজত্ব কৰিলে। [3]পাছে মিচৰৰ ৰজাই যিৰূচালেমত তেওঁক ৰজা ভাজি দেশৰ ওপৰত এশ কিক্কৰ ৰূপ আৰু এক কিক্কৰ সোণ দণ্ড কৰিলে। [4]তাৰ পাছে মিচৰৰ ৰজাই তেওঁৰ ভায়েক ইলিয়াকীমক যিহুদা আৰু যিৰূচালেমৰ ওপৰত ৰজা পাতিলে, আৰু তেওঁৰ নাম সলাই যিহোয়াকীম ৰাখিলে। পাছে নখোৱে তেওঁৰ ককায়েক যোৱাহজক ধৰি মিচৰলৈ লৈ গল।

[5]যিহোয়াকীমে পঁচিশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত: এঘাৰ বছৰ ৰাজত্ব কৰিলে; তেওঁ আপোন ঈশ্বৰ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে। [6]তেওঁৰ বিৰুদ্ধে বাবিলৰ নবুখদ্‌নেচৰ ৰজাই আহি, বাবিললৈ লৈ যাবৰ নিমিত্তে তেওঁক শিকলিৰে বান্ধিলে। [7]আৰু নবুখদ্‌নেচৰে যিহোৱাৰ গৃহৰ নানা বস্তুও বাবিললৈ লৈ গৈ, বাবিলত আপোনাৰ মন্দিৰত ৰাখিলে। [8]দেখা, যিহোয়াকীমৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা ঘিণলগীয়া কাৰ্য্যবোৰ, আৰু তেওঁত পোৱা দোষৰ কথা ইস্ৰায়েলৰ আৰু যিহুদাৰ ৰজাবিলাকৰ ইতিহাস-পুস্তকখনিত লিখা আছে। পাছে তেওঁৰ পুত্ৰ যিহোয়াখীন তেওঁৰ পদত ৰজা হল।

[9]যিহোয়াখীনে আঁঠৰ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত তিনি মাহ দহ দিন ৰাজত্ব কৰিলে; তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে। [10]পাছে বছৰৰ আৰম্ভনত নবুখদ্‌নেচৰ ৰজাই মানুহ পঠাই, তেওঁক আৰু যিহোৱাৰ গৃহৰ মনমোহা বস্তুবোৰ বাবিললৈ অনালে, আৰু যিহুদা ও যিৰূচালেমৰ ওপৰত তেওঁৰ দদায়েক চিদিকিয়াক ৰজা পাতিলে।

[11]চিদিকিয়াই একৈশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত এঘাৰ বছৰ ৰাজত্ব কৰিলে। [12]তেওঁ আপোন ঈশ্বৰ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; তেওঁ যিহোৱাৰ বাক্য প্ৰকাশ কৰোঁতা যিৰিমিয়া ভাববাদীৰ আগত আপোনাকে নম্ৰ নকৰিলে। [13]আৰু যি নবুখদ্‌নেচৰ ৰজাই তেওঁক ঈশ্বৰৰ নামেৰে শপথ কৰাইছিল, তেওঁ সেই ৰজাৰ অহিতে বিদ্ৰোহীও হল, আৰু আপোনাৰ ডিঙি ঠৰ আৰু মন কঠিন কৰি ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱালৈ ঘূৰিববৈলৈ মান্তি নহল। [14]বিশেষকৈ পুৰোহিতবিলাকৰ মাজৰ প্ৰধান লোকবিলাকে আৰু প্ৰজাবিলাকে জাতিবিলাকৰ আটাই ঘিণলগীয়া কাৰ্য্যৰ দৰে অনেক সত্য-লঙ্ঘন কৰিলে; আৰু যিহোৱাই যিৰূচালেমত যি গৃহ পবিত্ৰ কৰিছিল, তাক সিবিলাকে অশুচি কৰিলে। [15]তথাপি সিবিলাকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱাই

আপোন প্রজাবিলাকলৈ আৰু আপোনাৰ নিবাসৰ ঠাইলৈ মৰম লাগি, অতি যত্নেৰে আপোনাৰ দূতবিলাকক সিবিলাকৰ গুৰিলৈ পঠাই আছিল; [১৬] কিন্তু সিবিলাকে ঈশ্বৰৰ দূতবিলাকক খেঁজেলিয়াইছিল, তেওঁৰ বাক্য তুচ্ছ কৰিছিল, আৰু তেওঁৰ ভাববাদীবিলাকক গিঁয়াৰিছিল, এই নিমিত্তে শেষত যিহোৱাৰ ক্রোধ আপোন প্রজাবিলাকলৈ জ্বলি উঠাত, তাক থমাব পৰা আৰু উপায় নাছিল। [১৭] এই হেতুকে তেওঁ কল্‌দীয়াবিলাকৰ ৰজাক সিবিলাকৰ বিৰুদ্ধে আনিলে; তেওঁ সিবিলাকৰ ধৰ্ম্মধামত সিবিলাকৰ ডেকাবিলাকক তৰোৱালেৰে বধ কৰিলে, যুবা কি যুবতী, বৃদ্ধ কি অতি লুৰ্লুৰিয়া বুঢ়া, কালৈকো দয়া নকৰিলে, ঈশ্বৰে তেওঁৰ হাতত সকলোকে সোধাই দিলে। [১৮] আৰু তেওঁ ঈশ্বৰৰ গৃহৰ সৰু বড় সকলো বস্তু, আৰু যিহোৱাৰ গৃহৰ বহুমূল্য দ্রব্য, আৰু ৰজাৰ ও তেওঁৰ প্রধান লোকবিলাকৰ বহুমূল্য দ্রব্য, এই আটাইকে বাবিললৈ লৈ গল। [১৯] আৰু তেওঁৰ লোকবিলাকে ঈশ্বৰৰ গৃহ পুৰিলে, যিৰূচালেমৰ গড় ভাঙ্গিলে, তাৰ আটাই অট্টালিকাবোৰ জুইৰে পুৰি পেলালে, আৰু তাত থকা সকলো মনোহৰ পাত্রবোৰ নষ্ট কৰিলে। [২০] আৰু তৰোৱালৰ পৰা ৰক্ষা পোৱা লোকবিলাকক তেওঁ বাবিললৈ লৈ গল; তাতে পাৰস্য ৰাজ্য স্থাপন কৰা নোহোৱালৈকে, [২১] যিৰিমিয়াৰ মুখে কোৱা যিহোৱাৰ বাক্য সাফল কৰিবৰ অৰ্থে, দেশে আপোনাৰ ভোগ কৰিব লগীয়া বিশ্রাম-কাল ভোগ নকৰিলেমানে, লোকবিলাক তেওঁৰ আৰু তেওঁৰ সন্তানবিলাকৰ দাস হৈ থাকিল; সত্তৰ বছৰ পূৰ কৰিবলৈ দেশে আপোনাৰ উচ্ছন্ন হোৱা সকলো কালত বিশ্রাম ভোগ কৰিলে।

[২২] পাছে পাৰস্যৰ কোৰচ ৰজাৰ ৰাজত্বৰ প্রথম বছৰত, যিৰিমিয়াৰ দ্বাৰায় কোৱা যিহোৱাৰ বাক্যৰ সিদ্ধিৰ নিমিত্তে, যিহোৱাই পাৰস্যৰ কোৰচ ৰজাৰ মন উদগালত, তেওঁ আপোনাৰ ৰাজ্যৰ সকলো ফালে ঘোষণা কৰি, আৰু জাননী লিখি, এই আজ্ঞা প্রচাৰ কৰিলে, [২৩] পাৰস্যৰ কোৰচ ৰজাই এই কথা কৈছে, স্বৰ্গৰ ঈশ্বৰ যিহোৱাই পৃথিবীৰ সকলো ৰাজ্য মোক দান কৰিলে; আৰু তেৱেঁই যিহূদা দেশৰ যিৰূচালেমত তেওঁৰ নিমিত্তে এটা গৃহ নিৰ্ম্মাণ কৰিবৰ ভাৰ মোক দিলে। তেওঁৰ আটাই প্রজাবিলাকৰ মাজৰ যি কোনো লোক তোমালোকৰ মাজত আছে, তাৰ ঈশ্বৰ যিহোৱা তাৰ লগত থাকোক, আৰু সি উঠি যাওক।

---

# ইজ্রাৰ পুস্তক।

কোৰচ ৰজাৰ আজ্ঞা-পত্র। উলটি অহা পুৰুষবিলাকৰ তালিকা।

১ পাছে পাৰস্যৰ কোৰচ ৰজাৰ ৰাজত্বৰ প্রথম বছৰত, যিৰিমিয়াৰ দ্বাৰায় কোৱা যিহোৱাৰ বাক্যৰ সিদ্ধিৰ নিমিত্তে, যিহোৱাই পাৰস্যৰ কোৰচ ৰজাৰ মন উদগালত, তেওঁ আপোনাৰ ৰাজ্যৰ সকলো ফালে ঘোষণা কৰি, আৰু জাননীও লিখি, এই আজ্ঞা প্রচাৰ কৰিলে, [২] পাৰস্যৰ কোৰচ ৰজাই এই কথা কৈছে, স্বৰ্গৰ ঈশ্বৰ যিহোৱাই পৃথিবীৰ সকলো ৰাজ্য মোক দান

করিলে; আৰু তেৱেঁই যিহূদা দেশৰ যিৰূচালেমত তেওঁৰ নিমিত্তে এটা গৃহ নির্ম্মাণ করিবৰ ভাৰ মোক দিলে। [3] তেওঁৰ আটাই প্রজাবিলাকৰ মাজৰ যি কোনো লোক তোমালোকৰ মাজত আছে, তাৰ ঈশ্বৰ তাৰ লগত থাকোক, আৰু সি যিহূদা দেশৰ যিৰূচালেমলৈ উঠি গৈ, ইস্রায়েলৰ ঈশ্বৰ যিহোৱাৰ (তেওঁহে ঈশ্বৰ) যি গৃহ যিৰূচালেমত আছে, তাক পুনরায় নির্ম্মাণ করোক। [4] আৰু যি কোনো ঠাইত যি কোনো অৱশিষ্ট লোক প্রবাস করিছে, সেই ঠাইৰ লোকবিলাকে যিৰূচালেমত থকা ঈশ্বৰৰ গৃহৰ নিমিত্তে ইচ্ছামতে এনেই দিয়া বস্তুৰ বাহিৰে, ৰূপ, সোণ, নানা দ্রব্য, আৰু পশু দি তাক সহায় করোক। [5] তাতে, যিহূদা আৰু বিন্যামীনৰ পিতৃ-বংশৰ মূল মানুহবিলাক, পুৰোহিতবিলাক, আৰু লেবীয়া আদি যি মানুহবিলাকৰ মন, যিৰূচালেমত থকা যিহোৱাৰ গৃহ সাজিবৰ অর্থে যাবলৈ ঈশ্বৰে উদগালে, সিবিলাক যাবলৈ উঠিল। [6] পাছে সিবিলাকৰ চাৰিওফালে থকা সকলো লোকে আপোন ইচ্ছাৰে এনেই দিয়া আটাই বস্তুৰ বাহিৰেও, ৰূপৰ পাত্র, সোণ, নানা দ্রব্য, পশু, আৰু বহুমূল্য বস্তু দি সিবিলাকৰ হাত সবল করিলে। [7] আৰু নবূখদ্‌নেচৰে যিহোৱাৰ গৃহৰ যিবোৰ পাত্র যিৰূচালেমৰ পৰা নি আপোনাৰ দেৱতাৰ গৃহত ৰাখিছিল, কোৰচ ৰজাই সেই সকলোকে উলিয়াই দিলে। [8] পাৰস্যৰ কোৰচ ৰজাই সেই পাত্রবোৰ মিত্রদাৎ ভঁৰালীৰ হতুৱাই উলিয়াই, লেখ করি যিহূদাৰ অধ্যক্ষ চেচ্‌বচৰৰ হাতত সোধাই দিলে। [9] সেইবোৰ পাত্রৰ লেখ এই, সোণৰ থাল ত্রিশ্‌খন, ৰূপৰ থাল এক হাজাৰ, কটাৰী উন্‌ত্রিশ্‌খন, [10] সোণৰ বাটি ত্রিশ্‌টা, ৰূপৰ দ্বিতীয় ৰকমৰ বাটি চাৰি শ দহোটা, আৰু আন আন পাত্র এক হাজাৰ। [11] সর্ব্বমোট সোণৰ আৰু ৰূপৰ পাত্র পাঁচ হাজাৰ চাৰি শ আছিল। দেশান্তরিত লোকবিলাকক বাবিলৰ পৰা যিৰূচালেমলৈ ওলোটাই অনা কালত চেচ্‌বচৰে এই আটাইবোৰ পাত্র লগত লৈ আহিল।

২ যিবিলাকক বন্দী করি নিয়া হৈছিল, যিবিলাকক বাবিলৰ ৰজা নবূখদ্‌নেচৰে বাবিলৈ লৈ গৈছিল, সিবিলাকৰ মাজত প্রদেশৰ এই লোকবিলাক বন্দী-অৱস্থাৰ পৰা মুকলি হৈ যিৰূচালেম আৰু যিহূদালৈ আপোন আপোন নগৰলৈ উলটি আহিল; [2] সিবিলাক জৰুব্বাবিল, যেচূৱা, নহিমিয়া, চৰায়া, ৰিয়েলায়া, মৰ্দখয়, বিল্‌চন, মিস্পৰ, বিগ্‌বয়, ৰহূম, আৰু বানা, এইবিলাকৰ লগত আহিল। ইস্রায়েল লোকবিলাকৰ পুৰুষৰ সংখ্যা; [3] পৰিয়োচৰ সন্তান দুই হাজাৰ এশ বাসত্তৰ জন; [4] চফটিয়াৰ সন্তান তিনি শ বাসত্তৰ জন; [5] আৰহৰ সন্তান সাত শ পঁয়সত্তৰ জন; [6] যেচূৱা আৰু যোৱাবৰ সন্তানবিলাকৰ মাজৰ পহৎ-মোৱাবৰ সন্তান দুই হাজাৰ আঁঠ শ বাৰ জন; [7] এলমৰ সন্তান এক হাজাৰ দুশ চৌবন্ন জন; [8] জত্তূৰ সন্তান নশ পঞ্চল্লিশ জন; [9] জক্কয়ৰ সন্তান সাত শ ষাইঠ জন; [10] বাণীৰ সন্তান ছশ বিয়াল্লিশ জন; [11] বেবয়ৰ সন্তান ছশ তেইশ জন; [12] অজ্‌গদৰ সন্তান এক হাজাৰ দুশ বাইশ জন; [13] অদোনীকামৰ সন্তান ছশ ছয়ষষ্টি জন; [14] বিগ্‌বয়ৰ সন্তান দুই হাজাৰ ছাপন্ন জন; [15] আদীনৰ সন্তান চাৰি শ চৌবন্ন জন; [16] হিষ্কিয়াৰ বংশৰ আটেৰৰ সন্তান আঁঠানব্বই জন; [17] বেচয়ৰ সন্তান তিনি শ তেইশ জন; [18] যোৰাৰ সন্তান এশ বাৰ জন; [19] হাচুমৰ সন্তান দুশ তেইশ জন; [20] গিব্বৰৰ লোক পঞ্চানব্বই জন; [21] বৈৎ-লেহমৰ লোক এশ তেইশ জন; [22] নটোফাৰ মানুহ ছাপন্ন জন; [23] অনাথোতৰ মানুহ এশ আঁঠাইশ জন; [24] অজ্‌মাবতৰ লোক বিয়াল্লিশ জন; [25] কিৰিয়ৎ-আৰীম, কফীৰা, আৰু বেৰোতৰ লোক সাত শ তিয়াল্লিশ জন; [26] ৰামা আৰু গেবাৰ লোক ছশ একৈশ জন; [27] মিক্‌মচৰ মানুহ এশ বাইশ জন; [28] বৈৎ-এল আৰু অয়ৰ মানুহ দুশ তেইশ জন; [29] নবোৰ লোক বাবন্ন জন; [30] মগ্‌বীচৰ লোক এশ ছাপান্ন জন; [31] আন এলমৰ লোক এক হাজাৰ দুশ চৌবন্ন জন; [32] হাৰীমৰ লোক তিনি শ বিশ জন; [33] লোদ, হাদীদ, আৰু ওনোৰ লোক সাত শ পঁচিশ জন; [34] যিৰীহোৰ লোক তিনি শ পঞ্চল্লিশ জন; [35] চনাৱাৰ লোক তিনি হাজাৰ ছশ ত্রিশ জন। [36] পুৰোহিত-বিলাক; যেচূৱাৰ বংশৰ যিদয়াৰ সন্তান ন শ

ত্রেসত্তর জন; [৩৭] ইম্মেরর সন্তান এক হাজার বাবন্ন জন; [৩৮] পচ্হূরর সন্তান এক হাজার দুশ সাত্চল্লিশ জন; [৩৯] হারীমর সন্তান এক হাজার সোতের জন। [৪০] লেবীয়াবিলাক; হোদবিয়ার সন্তানবিলাকর মাজর যেচূৱা আৰু কদ্মীয়েলর সন্তান চৌসত্তর জন। [৪১] গায়কবিলাক; আচফর সন্তান এশ আঁঠাইশ জন। [৪২] দুৱরী-বিলাক; চল্লুম, আটের, টল্মোন, অক্কুব, হটীটা, চোবয়, এইবিলাকর সন্তান সর্ব্বমোট এশ উন্চল্লিশ জন। [৪৩] নথনীয়াবিলাক; চীহা, হচূফা, টব্বায়োৎ, [৪৪] কেরোচ, চীয়হা, পাদোন, [৪৫] লবানা, হগাবা, অক্কুব, [৪৬] হাগব, চম্লয়, হানন, [৪৭] গিদ্দেল, গহর, রায়া, [৪৮] রচীন, নকোদা, গজ্জম, [৪৯] উজ্জা, পাচেহ, বেচয়, [৫০] অস্না, মিয়ূনীম, নফূচীম, [৫১] বক্বুক, হকুফা, হর্হূর, [৫২] বচ্লুৎ, মহীদা, হর্চা, [৫৩] বর্কোচ, চীচরা, তেমহ, [৫৪] নচীহ, আৰু হটীফা, এইবিলাকর সন্তান। [৫৫] চলোমনর বন্দীবিলাকর সন্তান; চোটয়, হচ্ছোপেরৎ, পরূদা, [৫৬] যালা, দর্কোণ, গিদ্দেল, [৫৭] চফটিয়া, হত্তীল, পোখরৎ-হচবয়িম, আৰু আমী, এইবিলাকর সন্তান। [৫৮] নথনীয়া-বিলাক আৰু চলোমনর বন্দীবিলাকর সন্তান-বিলাক সর্ব্বমোট তিনি শ বিরানব্বৈ জন আছিল। [৫৯] আৰু তেল-মেলহ, তেল-হর্চা, করূব, অদ্দন, আৰু ইম্মের, এইবোর ঠাইর পরা অহা লোক এইবিলাক, কিন্তু ইবিলাক ইস্রায়েলীয়া মানুহ হয় নে নহয়, সেই বিষয়ে ইবিলাকে আপোন আপোন পিতৃ-বংশ বা গোষ্ঠীর প্রমাণ দিব নোৱারিলে; [৬০] দলায়ার সন্তান, টোবিয়ার সন্তান, আৰু নকোদার সন্তান ছশ বাবন্ন জন। [৬১] আৰু পুরোহিত-বিলাকর সন্তানবিলাকর মাজত হবয়া, হক্কোচ, আৰু বর্জিল্লয়র সন্তানবিলাক; এই বর্জিল্লয়ে গিলিয়দীয়া বর্জিল্লয়র জীয়েকহঁতর এজনীক বিয়া করি, সিহঁতর নামেরেই প্রখ্যাত হৈছিল। [৬২] বংশাবলিত নাম লিখা লোকবিলাকর মাজত ইবিলাকে আপোন আপোন বংশাবলিপত্র বিচারি নেপালে; এই নিমিত্তে ইবিলাক অশুচি বুলি গণ্য হোৱাত পুরোহিত-বাবর পরা ইবি-লাকক গুচুউৱা হল। [৬৩] আৰু উরীম ও তুম্মীমর অধিকারী এজন পুরোহিত উৎপন্ন নহয়মানে তির্চাতাই ইবিলাকক পবিত্র বস্তু নেখাবলৈ কলে। [৬৪] গোটেই সমাজ সর্ব্বমোট বিয়াল্লিশ হাজার তিনি শ যাইঠ জন আছিল; [৬৫] তার বাহিরে সিবিলাকর সাত হাজার তিনি শ সাতত্রিশ জন বন্দী-বেটী আছিল; আৰু সিবিলাকর দুশ জন গায়ক আৰু গায়িকা আছিল। [৬৬] সিবিলাকর সাত শ ছয়ত্রিশটা ঘোঁৰা, দুশ পঞ্চল্লিশটা খছর, [৬৭] চারি শ পঁয়ত্রিশটা উট, আৰু ছয় হাজার সাত শ বিশটা গাধ আছিল। [৬৮] পাছে পিতৃ-বংশর মূল মানুহবিলাকর মাজর কেতবিলাক লোকে যিরূচালেমত থকা যিহোৱার গৃহর ঠাইলৈ আহি, যিহোৱার গৃহ আপোন ঠাইত স্থাপন করিবর অর্থে ইচ্ছামতে দান দিলে। [৬৯] সিবিলাকে আপোন আপোন শক্তি অনুসারে সেই কামর ধনর ভঁরালত এষষ্টি হাজার অদর্কোণ সোণ, পাঁচ হাজার মানি রূপ, আৰু পুরোহিতর নিমিত্তে এশখন বস্ত্র দিলে। [৭০] পাছে পুরোহিত, লেবীয়া, আৰু আন আন লোকবিলাকে, আৰু গায়ক, দুৱরী, আৰু নথনীয়াবিলাকে আপোন আপোন নগরত, আৰু সকলো ইস্রায়েল লোকে আপোন আপোন নগরত বাস করিবলৈ ধরিলে।

যজ্ঞবেদি নির্ম্মাণ করা। পর্ব্ব-পর্ব্ব পালন করা। ভিত্তিমূল স্থাপন করা।

৩ পাছে সপ্তম মাহ হলত, ইস্রায়েলর সন্তানবিলাকে নগরবোরত ঠাই লোৱার পাছে, লোকবিলাকে এজন লোক যেন হৈ যিরূচালেমলৈ আহি গোট খালে। [২] তাতে যোচাদকর পুত্র যেচূৱা আৰু তেওঁর পুরোহিত ভাইবিলাকে, আৰু চল্টীয়েলর পুত্র জৰুব্বাবিল আৰু তেওঁর ভাইবিলাকে উঠি, ঈশ্বরর লোক মোচির ব্যৱস্থাত লিখামতে হোম-বলি উৎসর্গ করিবর নিমিত্তে ইস্রায়েলর ঈশ্বরর যজ্ঞবেদি নির্ম্মাণ করিলে। [৩] আৰু দেশর লোকর পরা ভয় পোৱাতে সিবিলাকে যজ্ঞবেদি আপোন ঠাইত স্থাপন করিলে; আৰু সিবিলাকে যিহোৱার উদ্দেশে তার ওপরত হোম-বলি, রাতিপুৱা আৰু সন্ধ্যা বেলার হোম-বলি উৎসর্গ করিবলৈ ধরিলে। [৪] লিখামতে সিবিলাকে পৰ্ব্ব-পর্ব্ব

পালন করিলে, আরু এক এক দিনর নিয়ম অনুসারে, দিনে দিনে উপযুক্ত সংখ্যার হোম-বলি উৎসর্গ করিলে। [৫] তেতিয়ারে পরা সিবি-লাকে নিত্য হোম-বলি, ন জোনর হোম-বলি, যিহোৱার আটাই পবিত্রীকৃত নিরূপিত পর্ব্বর হোম-বলি, আরু যিহোৱার উদ্দেশে আপোন ইচ্ছাবে এনেই অনা সকলো লোকর হোম-বলি উৎসর্গ করিবলৈ ধরিলে। [৬] সপ্তম মাহর প্রথম দিনরে পরা সিবিলাকে যিহোৱার উদ্দেশে হোম-বলি উৎসর্গ করিবলৈ ধরিলে; কিন্তু তেতিয়াও যিহোৱার মন্দিরর ভিত্তিমূল স্থাপিত হোৱা নাছিল। [৭] পাছে সিবিলাকে শিল-কটীয়াবিলাকক আরু বাঢ়ৈবিলাকক রূপ দিলে; আরু পারস্যর রজা কোরচর পরা লোৱা অনু-মতি অনুসারে লিবানোনর পরা যাফোলৈ সাগরর তীরলৈ এরচ কাঠ আনিবর নিমিত্তে চীদোনীয়া আরু তূরীয়াবিলাকক আহার, পেয় দ্রব্য, আরু তেল দিলে।

[৮] তার পাছে, যিরূচালেমত থকা ঈশ্বরর গৃহর ঠাইলৈ সিবিলাক অহা দ্বিতীয় বছরর দ্বিতীয় মাহত চল্টীয়েলর পুত্র জরুব্বাবিল, যোচাদকর পুত্র যেচূৱা, আরু এই দুজনর অৱ-শিষ্ট ভাই পুরোহিত আরু লেবীয়াবিলাক, আরু বন্দী-অৱস্থার পরা মুকলি হৈ যিরূচালেমলৈ অহা সকলো লোকে কাম করিবলৈ আরম্ভ করিলে, আরু যিহোৱার গৃহর কার্য্য চলাবলৈ বিশ বছর আরু তাত্কৈ অধিক বয়সীয়া লেবীয়াবিলাকক নিযুক্ত করিলে। [৯] তেতিয়া যেচূৱা আরু তেওঁর পুতেক ও ভায়েক-ককায়েক-বিলাকে, আরু যিহূদা বংশর কদ্মীয়েল আরু তেওঁর পুতেকবিলাকে ঈশ্বরর গৃহত কাম করা মানুহবিলাকক চলাবলৈ একে লগ হৈ উঠিল; হেনাদদর সন্তানবিলাক আরু সিবিলাকর পুতেক ও ভায়েক-ককায়েকবিলাকেও সেই দরে করিলে, সিবিলাক লেবীয়া মানুহ। [১০] তাতে, গাঁথক-বিলাকে যিহোৱার মন্দিরর ভিত্তিমূল স্থাপন করার পাছত, ইস্রায়েলর রজা দায়ূদে নিরূপণ করার দরে যিহোৱার প্রশংসা করিবর নিমিত্তে, পুরোহিতবিলাকে আপোন আপোন বস্ত্র পিন্ধি হাতত তূরী লৈ, আরু আচফর সন্তান লেবীয়া-বিলাকে হাতত তাল লৈ থিয় হল। [১১] আরু সিবিলাকে যিহোৱার প্রশংসা ও স্তুতি করি পালে পালে এই কথা কৈ গান করিলে, "কিয়নো যিহোৱা মঙ্গলময়; কারণ ইস্রায়েললৈ তেওঁর দয়া সদাকাললৈকে থাকে;" আরু যিহোৱার গৃহর ভিত্তিমূল স্থাপন করা হল দেখি, যিহোৱার প্রশংসা করি করি সকলো লোক-বিলাকে বড়কৈ জয়ধ্বনি করিলে। [১২] কিন্তু, যেতিয়া সিবিলাকর চকুর আগত গৃহর ভিত্তি-মূল স্থাপন করা হল, তেতিয়া পুরোহিতবিলাকর, লেবীয়াবিলাকর, আরু পিতৃ-বংশর মূল মানুহ-বিলাকর মাজর অনেক মানুহে, অর্থাৎ আগর গৃহ দেখা বৃদ্ধবিলাকে বড়কৈ চিয়ঁরি কান্দিলে; আরু আন আন অনেক মানুহে আনন্দত বড়কৈ জয়ধ্বনি করিলে। [১৩] তাতে লোকবিলাকে আন-ন্দত জয়ধ্বনি করা শবদ, মানুহবিলাকে কন্দা শবদর পরা ভেদ করিব নোৱারিলে; কারণ মানুহবিলাকে ইমান বড়কৈ ধ্বনি করি-ছিল, যে, তার শবদ দূরলৈকে শুনা গৈছিল।

মন্দির সজাত নানা জাতির লোকে বিঘিনি জন্মোৱা।

৪ পাছে, বন্দী-অৱস্থার পরা অহা লোক-বিলাকে ইস্রায়েলর ঈশ্বর যিহোৱার উদ্দেশে এটা মন্দির নির্ম্মাণ করিছে বুলি যিহূদা আরু বিন্যামীনর শত্রুবোরে শুনি, [২] জরুব্বাবিলর আরু পিতৃবংশর মূল মানুহবিলাকর ওচরলৈ আহি কলে, তোমালোকর লগত আমিও সাজোঁহক; কিয়নো তোমালোকর নিচিনাকৈ আমিও তোমালোকর ঈশ্বরর সেৱা করোঁ, আরু অচূরর এচর-হদ্দোন রজাই আমাক এই ঠাইলৈ অনা দিনরে পরা তেওঁর উদ্দেশে বলিদান করি আছোঁ। [৩] কিন্তু জরুব্বাবিল, যেচূৱা, আরু ইস্রায়েলর পিতৃ-বংশর আন মূল মানুহবিলাকে সিহঁতক কলে, আমার ঈশ্বরর উদ্দেশে গৃহ নির্ম্মাণ করিবলৈ আমার লগত তোমালোকর একো সম্পর্ক নাই; পারস্যর কোরচ রজাই আমাক যি আজ্ঞা করিলে, সেই আজ্ঞা অনু-সারে ইস্রায়েলর ঈশ্বর যিহোৱার উদ্দেশে কেৱল আমিহে একে লগ হৈ নির্ম্মাণ করিম। [৪] তাতে দেশর লোকবিলাকে যিহূদার লোক-

বিলাকর হাত দুর্ব্বল করিবলৈ, আৰু নির্ম্মাণ-কার্য্যত বাধা-বিঘিনি জন্মাবলৈ ধরিলে; [৫]আৰু সিবিলাকর অভিপ্রায় ব্যর্থ করিবর নিমিত্তে পারস্যর কোরচ রজার রাজত্বর আটাই কালত, এনে কি, পারস্যর দারিয়াবচে রাজ্য পোৱালৈকে, সিবিলাকর বিরুদ্ধে মন্ত্রণা করিবর নিমিত্তে লোকক ধন দিলে। [৬]আৰু অহচবেরোচ রজার রাজত্বর আরম্ভনত সিহঁতে যিহুদা আৰু যিরূচালেম-নিবাসীবিলাকর বিরুদ্ধে এখন দোষ-পত্র লিখি পঠালে।

[৭]পাছে অর্তক্ষত্রর রাজত্বর কালত, বিশ্লম, মিত্রদাৎ, টাবেল, আৰু তেওঁর সহকারী-বিলাকে পারস্যর অর্তক্ষত্র রজালৈ এখন পত্র লিখি পঠালে; সেই পত্র অরামীয়া আখরেরে লিখা, আৰু অরামীয়া ভাষারে রচিত। [৮]আৰু রহূম মন্ত্রী ও চিম্‌চয় লিখকেও অর্তক্ষত্র রজালৈ যিরূচালেমর অহিতে এই রূপে এখন পত্র লিখি পঠালে। [৯]সেই পত্র রহূম মন্ত্রী, চিম্‌চয় লিখক, আৰু এই দুজনর সহকারী আনবিলাকে, দীনায়ীয়া, অফর্চৎখীয়া, টর্পলীয়া, অফর্চীয়া, অর্কবীয়া, বাবিলীয়া, চুচন্‌খীয়া, দেহায়ীয়া, আৰু এলমীয়া লোকবিলাকে, [১০]আৰু মহামহিম মর্য্যাদাবান অস্নপ্পরে আনি চমরিয়া নগরত আৰু নদীর ইপারর আন আন ঠাইত স্থাপন করা আন আন জাতি ইত্যাদিয়ে লিখিলে। [১১]সিবিলাকে অর্তক্ষত্র রজালৈ পঠোৱা পত্রখনর নকল এই, "নদীর ইপারে থকা আপোনার দাস, ইত্যাদি। [১২]মহারাজর গুরিত এই নিবেদন; যি যিহুদীবোর আপোনার ওচরর পরা আমার ইয়ালৈ যিরূচালেমলৈ আহিল, সিহঁতে সেই বিদ্রোহী মন্দ নগরখন সাজিছে, গড় সমাপ্ত করিব লাগিছে, আৰু ভিত্তিমূল স্থাপন করিলে; [১৩]এই হেতুকে মহারাজে জ্ঞাত হওক, যে, যদি সেই নগর পুনরায় সজা আৰু তার গড় সমাপ্ত করা হয়, তেন্তে সেই মানুহবোরে রাজস্ব, কর, আৰু মাচুল নিদিব; তাতে রজাসকলর হানি হব। [১৪]আমি রজাঘরর লোণ খাইছোঁ, আৰু রজাক অপমান করা দেখি আমি চাই থকা উচিত নহয়, এতেকে মানুহ পঠাই মহারাজক জনাইছোঁ, যে, [১৫]আপোনার পূর্ব্বপুরুষবিলাকর ইতিহাস-পুস্তকত বিচার করা যাওক; তাতে, সেই নগর যে বিদ্রোহী, আৰু রজাবিলাকর ও প্রদেশবোরর অনিষ্টজনক, আৰু সেই নগরত যে সিহঁতে আগর কালরে পরা রজার বিরুদ্ধাচরণ করি আহিছিল, (তার নিমিত্তেই সেই নগর বিনষ্ট করা হৈছিল;) সেই সকলো সেই ইতিহাস-পুস্তকত পাই জানিব পারিব। [১৬]আমি মহারাজক জনাইছোঁ, যে, যদি সেই নগর পুনরায় সজা আৰু তার গড় সমাপ্ত করা হয়, তেন্তে তার দ্বারায় ইপারে আপোনার কোনো অধিকার নেথাকিব।" [১৭]তেতিয়া রজাই রহূম মন্ত্রী আৰু চিম্‌চয় লিখকলৈ, আৰু চমরিয়াত ও নদীর ইপারে থকা আন আন সহকারীবিলাকলৈ উত্তর লিখি পঠালে; "তোমালোকর মঙ্গল হওক, ইত্যাদি। [১৮]তোমালোকে আমালৈ যি পত্র পঠালা, তাক মোর আগত স্পষ্টকৈ পাঠ করা হল। [১৯]আৰু মোর আজ্ঞাতে বিচার করা হল; তাতে জনা গল, যে, আগর কালরে পরা সেই নগর রজার বিরুদ্ধে উঠি থাকিছিল, আৰু তার মাজত রাজদ্রোহ ও রজার বিরুদ্ধাচরণ চলি থাকিছিল। [২০]আৰু যিরূচালেমর ওপরত পরাক্রমী রজাবিলাকো আছিল; তেওঁবিলাকে নদীর সিপারর আটাই দেশর ওপরত রাজত্ব করিছিল, আৰু তেওঁবিলাকক রাজস্ব, কর, আৰু মাচুল দিয়া হৈছিল। [২১]এই হেতুকে সেই লোকবিলাকে সেই কাম এরিবলৈ, আৰু যেতিয়ালৈকে মোর পরা আন কোনো আজ্ঞা প্রচারিত নহয়, তেতিয়ালৈকে সেই নগর আকৌ নেসাজিবলৈ আজ্ঞা দিয়া। [২২]সাবধান, এই কার্য্যত ত্রুটি নকরিবা, রজাবিলাকর অনিষ্টর অর্থে কেলেই লোক্‌চান হব?" [২৩]পাছে রহূম, চিম্‌চয় লিখক, আৰু সিবিলাকর সহকারীবিলাকর আগত অর্তক্ষত্র রজার পত্র পাঠ করামাত্রে, সিবিলাকে বেগাই যিরূচালেমলৈ যিহুদীবিলাকর ওচরলৈ গৈ, চিপাহী লগাই বলেরে সেই কামর পরা সিবিলাকক এরুৱালে। [২৪]তাতে যিরূচালেমর ঈশ্বরর গৃহর কার্য্য বন্ধ হল; আৰু পারস্যর দারিয়াবচ রজার রাজত্বর দ্বিতীয় বছরলৈকে সেয়ে বন্ধ হৈ থাকিল।

মন্দির নির্ম্মাণ করিবলে পুনরায় আরম্ভ করা।
দেশাধ্যক্ষই পঠোৱা পত্র।

৫ সেই সময়ত হগগয় ভাববাদী আৰু ইদ্দোর পুত্র জখরিয়া, এই দুজন ভাববাদীয়ে যিহূদাত আৰু যিরূচালেমত থকা যিহূদী লোকবিলাকর আগত ভাববাণী প্রচার করিলে; ইস্রায়েলর ঈশ্বরর নামেরে সিবিলাকর আগত ভাববাণী প্রচার করিলে। [২] তেতিয়া চল্টীয়েলর পুত্র জৰুব্বাবিল, আৰু যোচাদকর পুত্র যেচূৱাই উঠি যিরূচালেমত থকা ঈশ্বরর গৃহ পুনরায় সাজিবলৈ ধরিলে; আৰু ঈশ্বরর ভাববাদী দুজনে সিবিলাকর লগত থাকি সিবিলাকক সহায় করিছিল। [৩] সেই সময়ত নদীর ইপারে থকা দেশাধ্যক্ষ তত্তনয়, চথর-বোজনয়, আৰু তেওঁবিলাকর সহকারীবিলাকে তেওঁবিলাকর ওচরলৈ আহি কলে, এই গৃহ সাজিবলৈ আৰু এই গড় স্থাপন করিবলৈ তোমালোকক কোনে হুকুম দিলে? [৪] তার পাছত তেওঁবিলাকে এই কথা সুধিলে, যি মানুহবিলাকে এই গৃহ সাজিছে, সিবিলাকর নাম কি? [৫] কিন্তু যিহূদীবিলাকর বৃদ্ধবিলাকলৈ সিবিলাকর ঈশ্বরর দৃষ্টি থকাত, দারিয়াবচর আগত নিবেদন করা যাওক বুলি, আৰু এই কামর বিষয়ে পত্র আহোক বুলি তেওঁবিলাকে সিবিলাকক কামর পরা নেৰুৱালে।

[৬] নদীর ইপারে থকা দেশাধ্যক্ষ তত্তনয়, চথর-বোজনয়, আৰু নদীর ইপারে থকা তেওঁবিলাকর সহকারী অফর্চৎখীয়াবিলাকে দারিয়াবচ রজালৈ পঠোৱা পত্রখনর নকল এই। [৭] তেওঁবিলাকে এই কথা লিখি এখন পত্র পঠালে, "দারিয়াবচ মহারাজর সকলোতে মঙ্গল হওক। [৮] মহারাজে জ্ঞাত হওক, যে, আমি যিহূদা প্রদেশত সোমাই মহান ঈশ্বরর গৃহলৈ গৈছিলোঁ; তাক বড় বড় শিলেরে সজা হৈছে, আৰু দেৱালত কাঠ লগোৱা হৈছে, সেই কাম পরিশ্রমেরে চলোৱা হৈছে, আৰু সিবিলাকর হাতর দ্বারায় কার্য্য সিদ্ধ হব লাগিছে। [৯] পাছে, এই গৃহ নির্ম্মাণ করিবলৈ, আৰু এই গড় স্থাপন করিবলৈ তোমালোকক কোনে হুকুম দিলে বুলি আমি সেই বৃদ্ধবিলাকক সুধিলোঁ, [১০] আৰু সিবিলাকর প্রধান লোকবিলাকর নাম লিখি আপোনাক জনাবলৈ, আমি সিবিলাকর নামো সুধিলোঁ। [১১] তাতে সিবিলাকে আমাক এই উত্তর দিলে, আমি স্বর্গর আৰু পৃথিবীর ঈশ্বরর দাস; আৰু এই যি গৃহ নির্ম্মাণ করিছোঁ, ইয়াক অনেক বছরর আগেয়ে সজা হৈছিল; ইস্রায়েলর এজন মহারজাই তাক সাজি এঁটাইছিল। [১২] কিন্তু, আমার পূর্ব্বপুরুষবিলাকে স্বর্গর ঈশ্বরর ক্রোধ তোলাত, তেওঁ সিবিলাকক বাবিলর রজা কল্দীয়া নবূখদ্নেচরর হাতত সোধাই দিলে; তেওঁ এই গৃহ নষ্ট করিলে, আৰু লোকবিলাকক বাবিললৈ লৈ গল। [১৩] কিন্তু বাবিলর কোরচ রজার রাজত্বর প্রথম বছরত, কোরচ রজাই ঈশ্বরর এই গৃহ পুনরায় নির্ম্মাণ করিবলৈ আজ্ঞা করিলে। [১৪] নবূখদ্নেচরে ঈশ্বরর গৃহর যি যি সোণর আৰু রূপর বস্তু যিরূচালেমত থকা মন্দিরর পরা লৈ গৈ বাবিলর মন্দিরত রাখিছিল, সেই সকলো বস্তু কোরচ রজাই বাবিলর মন্দিরর পরা উলিয়ালে; আৰু তেওঁ নিযুক্ত করা চেচ্বচর নামেরে অধ্যক্ষর হাতত সেইবোর গতাই দিয়া হল; [১৫] আৰু রজাই তেওঁক কলে, তুমি এইবোর বস্তু যিরূচালেমত থকা মন্দিরলৈ লৈ গৈ তাত রাখিবা; আৰু ঈশ্বরর গৃহ নিজ ঠাইত সজা হওক। [১৬] তাতে সেই চেচ্বচরে আহি যিরূচালেমত থকা ঈশ্বরর গৃহর ভিত্তিমূল স্থাপন করিলে; তেতিয়ারে পরা এতিয়ালৈকে লোকবিলাকে ইয়াক সাজি আছে, তথাপি এঁটোৱা নাই। [১৭] এই হেতুকে এতিয়া মহারাজে যদি ভাল দেখে, তেন্তে কোরচ রজাই যিরূচালেমত থকা ঈশ্বরর গৃহ পুনরায় নির্ম্মাণ করিবলৈ হুকুম দিছিল নে নাই, তাক মহারাজর সেই বাবিলত থকা রাজভঁরালত বিচার করা যাওক; আৰু এই বিষয়ে মহারাজর ইচ্ছা কি, তাক আমালৈ জনাই পঠাওক।"

দারিয়াবচর উত্তর। মন্দির নির্ম্মাণ করি এঁটোৱা।
নিস্তার-পর্ব্ব পালন করা।

৬ পাছে, দারিয়াবচ রজাই আজ্ঞা করিলত, বাবিলত বহুমূল্য বস্তু সাঁচি থোৱা দলিল-পত্র আদি রখা ঘরত বিচার করা গল। [২] তাতে

মাদীয়া প্রদেশর রাজগৃহত অকৃমথাত এখন নুরিওৱা পত্র পোৱা গল ; তার মাজত সোঁৱরণর অর্থে এই কথা লিখা আছিল, [৩] বোলে, কোরচ রজার প্রথম বছরত কোরচ রজাই এই আজ্ঞা করিলে, যিরূচালেমত থকা ঈশ্বরর গৃহর বিষয়ে মোর আজ্ঞা এই, সেই গৃহ, সিবিলাকর সেই যজ্ঞস্থান নির্ম্মাণ করা হওক, আরু তার ভিত্তিমূল দৃঢ়রূপে স্থাপন করা হওক ; সেয়ে ওখই ষাইঠ হাত, আরু বহলে ষাইঠ হাত হব ; [৪] তাক বড় বড় শিল তিনি শারী আরু নতুন কাঠ এশারী দি সাজিব ; [৫] আরু তার খরছ রাজগৃহর পরা দিয়া যাব ; আরু ঈশ্বরর গৃহর যি যি সোণর আরু রূপর বস্তু নবূখদ্‌নেচরে যিরূচালেমত থকা মন্দিরর পরা উলিয়াই বাবিললৈ আনিছিল, সেই সকলোকে ওলোটাই দিয়া যাব, আরু প্রত্যেক বস্তু যিরূচালেমত থকা মন্দিরর আপোন আপোন ঠাইলৈ নিয়া হব ; আরু তুমি সেইবোর ঈশ্বরর গৃহত রাখিবা। [৬] এই হেতুকে হে নদীর সিপারে থকা দেশাধ্যক্ষ তত্তনয়, চথর-বোজনয়, আরু নদীর সিপারে থকা তোমালোকর সহকারী অফর্চৎখীয়াবিলাক, তোমালোক এতিয়া তার পরা আঁতরি থাকা। [৭] ঈশ্বরর সেই গৃহর কার্য্য চলিবলৈ দিয়া ; যিহূদীবিলাকর অধ্যক্ষ আরু যিহূদীবিলাকর বৃদ্ধবিলাকে ঈশ্বরর সেই গৃহ তার নিজ ঠাইত নির্ম্মাণ করাওক। [৮] তাত বাজে, ঈশ্বরর সেই গৃহ সাজিবর নিমিত্তে তোমালোকে যিহূদীবিলাকর সেই বৃদ্ধবিলাকক কি সহায় করিবা, ময় তারে আজ্ঞা দিছোঁ ; সেই লোকবিলাকে বাধা নেপাবর নিমিত্তে রজার ধন, অর্থাৎ নদীর সিপারর রাজকরর পরা, কোনো ত্রুটি নোহোৱাকৈ সিবিলাকক খরছ দিয়া হওক। [৯] আরু সিবিলাকে স্বর্গর ঈশ্বরর উদ্দেশে সুঘ্রাণর অর্থে বলিদান করিবর নিমিত্তে, আরু রজা ও তেওঁর পুত্রবিলাকর অর্থে জীৱন প্রার্থনা করিবর নিমিত্তে, [১০] যিরূচালেমত থকা পুরোহিতবিলাকে কোৱার দরে, সিবিলাকর প্রয়োজনীয় বস্তুবোর, অর্থাৎ স্বর্গর ঈশ্বরর উদ্দেশে হোমবলির অর্থে ডেকা ভতরা, মটা মের, আরু মের পোৱালি, আরু ঘেঁহু ধান, লোণ, দ্রাক্ষারস, আরু তেল খতি নোহোৱাকৈ দিনে দিনে সিবিলাকক দিয়া হওক। [১১] ময় আরু আজ্ঞা করিছোঁ, যে, যি কোনোৱে এই আজ্ঞার অন্যথা করিব, তার ঘরর পরা এডাল কাঠ উলিয়াই নি, তাক তাত তুলি আরি থোৱা হব, আরু সেই দোষর কারণে তার ঘর গোবরর দ'ম করা হব। [১২] আরু যি কোনো রজা ও প্রজাই এই আজ্ঞার অন্যথা করি, যিরূচালেমত থকা ঈশ্বরর সেই গৃহ বিনষ্ট করিবলৈ হাত দিব, সেই ঠাইত আপোনার নাম স্থাপন করা ঈশ্বরে সেই সকলোকে উচ্ছন্ন করোক। ময় দারিয়াবচে আজ্ঞা করিলোঁ ; ইয়াক যত্নেরে করা হওক।

[১৩] পাছে দারিয়াবচ রজাই কৈ পঠোৱা দেখি, নদীর ইপারে থকা দেশাধ্যক্ষ তত্তনয়, চথর-বোজনয়, আরু তেওঁবিলাকর সহকারীবিলাকে অতি যত্নেরে সেই রূপে কার্য্য করিলে। [১৪] আরু যিহূদীবিলাকর বৃদ্ধবিলাকে হগয় ভাববাদীর আরু ইদ্দোর পুত্র জখরিয়ার ভাববাণীর সহায়ত সাজি কৃতকার্য্য হল। আরু সিবিলাকে ইস্রায়েলর ঈশ্বরর আজ্ঞা অনুসারে, কোরচ, দারিয়াবচ, আরু পারস্যর অর্তক্ষত্র রজার হুকুমর দরে গৃহ সাজি সমাপ্ত করিলে। [১৫] আরু দারিয়াবচ রজার রাজত্বর ষষ্ঠ বছরত, অদর মাহর তৃতীয় দিনা এই গৃহ সমাপ্ত হল। [১৬] পাছে ইস্রায়েলর সন্তানবিলাকে, অর্থাৎ পুরোহিত, লেবীয়া আদি বন্দী-অবস্থার পরা অহা লোকবিলাকে আনন্দেরে ঈশ্বরর গৃহ প্রতিষ্ঠা করিলে। [১৭] ঈশ্বরর গৃহ প্রতিষ্ঠা করা সময়ত সিবিলাকে এশ ভতরা, দুশ মটা মের, আরু চারি শ মের পোৱালি, আরু আটাই ইস্রায়েলর নিমিত্তে পাপার্থক বলিস্বরূপে ইস্রায়েলর ফৈদর সংখ্যা অনুসারে বারটা মটা ছাগ উৎসর্গ করিলে। [১৮] মোচির পুস্তকখনিত লিখার দরে সিবিলাকে যিরূচালেমত ঈশ্বরর সেৱকীয়া কার্য্য করিবর অর্থে পুরোহিতবিলাকক সিবিলাকর শ্রেণী অনুসারে, আরু লেবীয়াবিলাকক সিবিলাকর পাল অনুসারে নিযুক্ত করিলে।

[১৯] পাছে প্রথম মাহর চতুর্দ্দশ দিনা বন্দী-অবস্থার পরা অহা লোকবিলাকে নিস্তার-পর্ব্ব পালন করিলে। [২০] কিয়নো পুরোহিত আরু লেবীয়াবিলাকে আপোনাবিলাকক শুচি করিছিল ; সিবিলাক সকলোৱেই শুচি আছিল ;

আৰু সিবিলাকে বন্দী-অৱস্থাৰ পৰা অহা সকলো লোকবিলাকৰ নিমিত্তে, আৰু আপোনাবিলাকৰ পুৰোহিত ভাইবিলাকৰ ও নিজৰ নিজৰ নিমিত্তেও নিস্তাৰ-পৰ্ব্বৰ বলিবোৰ মাৰিলে। [২১] আৰু বন্দী-অৱস্থাৰ পৰা উলটি অহা ইস্রায়েলৰ সন্তানবিলাকে, আৰু যিমান লোকে ইস্রায়েলৰ ঈশ্বৰ যিহোৱাক সেৱা-ভক্তি কৰিবলৈ সিবিলাকৰ কলীয়া হৈ, দেশ-নিবাসী জাতিবিলাকৰ অশৌচৰ পৰা আপোনাবিলাকক পৃথক কৰিছিল, সেই আটাইবিলাকে তাক ভোজন কৰিলে, [২২] আৰু সাত দিনলৈকে, খমীৰ নিদিয়া পিঠাৰ পৰ্ব্ব আনন্দেৰে পালন কৰিলে; কিয়নো যিহোৱাই সিবিলাকক আনন্দিত কৰিছিল, আৰু ঈশ্বৰৰ, ইস্রায়েলৰ ঈশ্বৰৰ গৃহৰ কাৰ্য্যত সিবিলাকৰ হাত সবল কৰিবৰ নিমিত্তে অচূৰৰ ৰজাৰ মন সিবিলাকলৈ ঘূৰালে।

ইষ্রাৰ যাত্রা। ৰজাই তেওঁক দিয়া ক্ষমতা-পত্র।

৭ সেই সকলো ঘটনাৰ পাছত, পাৰস্যৰ অৰ্তক্ষত্র ৰজাৰ ৰাজত্বৰ কালত চৰায়াৰ পুত্র ইষ্রাই বাবিলৰ পৰা যাত্রা কৰিলে; সেই চৰায়া অজৰিয়াৰ পুত্র, [২] অজৰিয়া হিল্কিয়াৰ পুত্র, হিল্কিয়া চল্লুমৰ পুত্র, চল্লুম চাদোকৰ পুত্র, চাদোক অহীটূবৰ পুত্র, [৩] অহীটূব অমৰিয়াৰ পুত্র, অমৰিয়া অজৰিয়াৰ পুত্র, [৪] অজৰিয়া মৰায়োতৰ পুত্র, মৰায়োৎ জৰহিয়াৰ পুত্র, জৰহিয়া উজ্জীৰ পুত্র, উজ্জী বুক্কীৰ পুত্র, [৫] বুক্কী অবীচূৱাৰ পুত্র, অবীচূৱা পীনহচৰ পুত্র, পীনহচ ইলিয়াজৰৰ পুত্র, ইলিয়াজৰ প্ৰধান পুৰোহিত হাৰোণৰ পুত্র। [৬] এই ইষ্রা ইস্রায়েলৰ ঈশ্বৰে দিয়া মোচিৰ ব্যৱস্থাত পাৰ্গত অধ্যাপক আছিল; তেওঁৰ ঈশ্বৰ যিহোৱাৰ হাত তেওঁৰ ওপৰত থকাত, তেওঁ খোজা সকলোকে ৰজাই তেওঁক দিলে। [৭] সেই অৰ্তক্ষত্র ৰজাৰ ৰাজত্বৰ সপ্তম বছৰত, ইস্রায়েলৰ সন্তানবিলাকৰ কেতবিলাক, পুৰোহিতবিলাকৰ কেতবিলাক, লেবীয়া, গায়ক, দুৱৰী, আৰু নথনীয়াবিলাকে যিৰূচালেমলৈ যাত্রা কৰিলে। [৮] পাছে ৰজাৰ ৰাজত্বৰ সপ্তম বছৰৰ পঞ্চম মাহত তেওঁ যিৰূচালেম পালে। [৯] কিয়নো প্ৰথম মাহৰ প্ৰথম দিনা ইষ্রা বাবিলৰ পৰা ৰাওনা হৈছিল, আৰু তেওঁৰ ওপৰত তেওঁৰ ঈশ্বৰৰ মঙ্গলময় হাত থকাত, তেওঁ পঞ্চম মাহৰ প্ৰথম দিনা যিৰূচালেম পালে। [১০] কিয়নো যিহোৱাৰ ব্যৱস্থাৰ বুজ লৈ সেই মতে কাৰ্য্য কৰিবলৈ, আৰু ইস্রায়েলৰ মাজত বিধি আৰু শাসন-প্ৰণালীৰ শিক্ষা দিবলৈ ইষ্রাই আপোন মন থিৰ কৰিছিল।

[১১] পুৰোহিত আৰু অধ্যাপক, যিহোৱাৰ আদেশ-বাক্যৰ আৰু ইস্রায়েলক দিয়া তেওঁৰ বিধিৰ অধ্যাপক যি ইষ্রা, তেওঁক অৰ্তক্ষত্র ৰজাই দিয়া পত্রখনৰ নকল এই, [১২] "স্বৰ্গৰ ঈশ্বৰৰ ব্যৱস্থাৰ অধ্যাপক সিদ্ধ ইত্যাদি ইষ্রা পুৰোহিতলৈ ৰাজাধিৰাজ অৰ্তক্ষত্রৰ নমস্কাৰ। [১৩] ময় এই আজ্ঞা কৰিছোঁ, যে, মোৰ ৰাজ্যৰ ভিতৰৰ ইস্রায়েল জাতিৰ যিমান লোক, আৰু সিবিলাকৰ যিমান পুৰোহিত ও লেবীয়া মানুহ আপোন ইচ্ছাৰে যিৰূচালেমলৈ যাব খোজে, সিবিলাক তোমাৰ লগত যাওক। [১৪] কিয়নো, তোমাৰ হাতত থকা আপোন ঈশ্বৰৰ ব্যৱস্থাৰ দৰে যিহূদা আৰু যিৰূচালেমৰ বিষয়ে বুজবিচাৰ লবলৈ, [১৫] আৰু যিৰূচালেমত যি জনাৰ নিবাস আছে, ইস্রায়েলৰ সেই ঈশ্বৰৰ উদ্দেশে ৰজা আৰু তেওঁৰ মন্ত্ৰীবিলাকে আপোন ইচ্ছাৰে দিয়া ৰূপ আৰু সোণ, [১৬] আৰু লোকবিলাক ও পুৰোহিতবিলাকে যিৰূচালেমত থকা আপোন ঈশ্বৰৰ গৃহৰ নিমিত্তে আপোন ইচ্ছাৰে এনেই দিয়া উপহাৰে সৈতে, গোটেই বাবিল প্ৰদেশত তুমি যিমান ৰূপ আৰু সোণ পাব পাৰা, সেই সকলোকে লৈ যাবলৈ, ৰজা আৰু তেওঁৰ সাত জন মন্ত্ৰীৰ দ্বাৰায় তোমাক পঠোৱা হৈছে। [১৭] এতেকে সেই ধনেৰে তুমি ভতৰা, মতা মেৰ, মেৰ পোৱালি, আৰু তাৰ লগৰ ভক্ষ্য ও পেয় নৈবেদ্য অতি যত্নেৰে কিনি, যিৰূচালেমত থকা তোমালোকৰ ঈশ্বৰৰ গৃহৰ যজ্ঞবেদিৰ ওপৰত সেইবোৰ উৎসৰ্গ কৰিবা। [১৮] আৰু বাকী থকা ৰূপ আৰু সোণেৰে তুমি আৰু তোমাৰ ভাইবিলাকে যি কৰিবলৈ ভাল দেখা, তাক তোমালোকৰ ঈশ্বৰৰ ইচ্ছা অনুসাৰে কৰিবা। [১৯] আৰু তোমাৰ ঈশ্বৰৰ গৃহৰ সেৱকীয়া কাৰ্য্যৰ নিমিত্তে তোমাক দিয়া বস্তুবোৰ যিৰূচালেমত ঈশ্বৰৰ সাক্ষাতে সোধাই দিবা। [২০] আৰু তাৰ বাহিৰে তোমাৰ ঈশ্বৰৰ গৃহৰ নিমিত্তে কৰিব

লগীয়া খৰছৰ কাৰণে যিমান আৰু প্ৰয়োজন হয়, তাক ৰাজভঁৰালৰ পৰা লৈ খৰছ কৰিবা। [21] আৰু ময় অৰ্তক্ষত্ৰ ৰজাই নদীৰ সিপাৰে থকা আটাই ভঁৰালীবিলাকক আজ্ঞা দিছোঁ, যে, স্বৰ্গৰ ঈশ্বৰৰ ব্যৱস্থাৰ অধ্যাপক ইজ্ৰা পুৰোহিতে তোমালোকক যি যি খুজিব, [22] সেইবোৰৰ এশ কিক্কৰলৈকে ৰূপ, এশ কোৰলৈকে ঘেঁহু, এশ বত্‌লৈকে দ্ৰাক্ষাৰস, এশ বত্‌লৈকে তেল, আৰু অপৰিমিতৰূপে লোণ কোনো ত্ৰুটি নকৰাকৈ দিব লাগে। [23] স্বৰ্গৰ ঈশ্বৰে যি আদেশ কৰে, তাক স্বৰ্গৰ ঈশ্বৰৰ গৃহৰ নিমিত্তে ঠিক্‌কৈ কৰিব লাগে; কিয়নো ৰজাৰ আৰু তেওঁৰ পুত্ৰবিলাকৰ ৰাজ্যৰ ওপৰত কিয় ক্ৰোধ থাকিব? [24] আৰু আমি তোমালোকক জনাইছোঁ, যে, পুৰোহিত, লেবীয়া, গায়ক, দুৱৰী, নথনীয়া আদি সেই ঈশ্বৰৰ গৃহৰ দাসবিলাকৰ মাজৰ কাৰো পৰা ৰাজস্ব, কি কৰ, কি মাচুল লোৱা অনিয়ম হব। [25] হে ইজ্ৰা, তোমাত থকা তোমাৰ ঈশ্বৰবিষয়ক জ্ঞানৰ দৰে, নদীৰ সিপাৰে থকা সকলো লোকবিলাকৰ বিচাৰ কৰিবৰ নিমিত্তে, তোমাৰ ঈশ্বৰৰ ব্যৱস্থা জনা শাসনকৰ্ত্তা আৰু বিচাৰকৰ্ত্তা নিযুক্ত কৰা; আৰু তাক নজনা জনক তোমালোকে শিক্ষা দিয়া। [26] আৰু যি কোনোৱে তোমাৰ ঈশ্বৰৰ ব্যৱস্থা আৰু ৰজাৰ আজ্ঞা পালন কৰিবলৈ অসম্মত হব, তাক শাসন কৰা হওক, তাৰ প্ৰাণদণ্ড, দেশান্তৰ কৰা দণ্ড, অৰ্থদণ্ড, বা কাৰাদণ্ড হওক।"

[27] আমাৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোৱা ধন্য; তেওঁ যিৰূচালেমত থকা যিহোৱাৰ গৃহ শোভিত কৰিবলৈ এই ৰূপ মতি ৰজাৰ মনত দিলে; [28] আৰু ৰজাৰ, তেওঁৰ মন্ত্ৰীবিলাকৰ, আৰু তেওঁৰ সকলো পৰাক্ৰমী অধ্যক্ষবিলাকৰ সাক্ষাতে মোক অনুগ্ৰহপ্ৰাপ্ত কৰিলে। আৰু মোৰ ওপৰত মোৰ ঈশ্বৰ যিহোৱাৰ হাত থকাত, ময় সাহীয়াল হৈ, মোৰ লগত যাবৰ নিমিত্তে ইস্ৰায়েলৰ মাজৰ পৰা মূল মানুহবিলাকক গোটালোঁ।

ইজ্ৰাৰ লগত অহা লোকবিলাকৰ তালিকা।
বাটত ঘটা ঘটনা।

**৮** অৰ্তক্ষত্ৰ ৰজাৰ ৰাজত্বৰ কালত মোৰে সৈতে বাবিলৰ পৰা যাত্ৰা কৰা লোকবিলাকৰ বংশাৱলি, আৰু সিবিলাকৰ পিতৃ-বংশৰ মূল মানুহ এই। [2] পীনহচৰ সন্তানবিলাকৰ মাজত গেৰ্চোম; ঈথামৰৰ সন্তানবিলাকৰ মাজত দানিয়েল; দায়ূদৰ সন্তানবিলাকৰ মাজত হত্তুচ। [3] চখনিয়াৰ সন্তানবিলাকৰ মাজৰ পৰিয়োচৰ সন্তানবিলাকৰ মাজত জখৰিয়া, আৰু বংশাৱলি অনুসাৰে লিখা তেওঁৰ লগত এশ পঞ্চাশ জন পুৰুষ। [4] পহৎ-মোৱাবৰ সন্তানবিলাকৰ মাজত জৰহিয়াৰ পুত্ৰ ইলিহোঐনয়, আৰু তেওঁৰ লগত দুশ জন পুৰুষ। [5] জত্তূৰ সন্তানবিলাকৰ মাজত যহজীয়েলৰ পুত্ৰ চখনিয়া, আৰু তেওঁৰ লগত তিনি শ জন পুৰুষ। [6] আদীনৰ সন্তানবিলাকৰ মাজত যোনাথনৰ পুত্ৰ এবদ, আৰু তেওঁৰ লগত পঞ্চাশ জন পুৰুষ। [7] এলমৰ সন্তানবিলাকৰ মাজত অথলিয়াৰ পুত্ৰ যিচয়া, আৰু তেওঁৰ লগত সত্তৰ জন পুৰুষ। [8] চফটিয়াৰ সন্তানবিলাকৰ মাজত মীখায়েলৰ পুত্ৰ জবদিয়া, আৰু তেওঁৰ লগত আশী জন পুৰুষ। [9] যোৱাবৰ সন্তানবিলাকৰ মাজত যিহীয়েলৰ পুত্ৰ ওবদিয়া, আৰু তেওঁৰ লগত দুশ অঁঠৰ জন পুৰুষ। [10] চলোমীতৰ সন্তানবিলাকৰ মাজত যোচিফিয়াৰ পুত্ৰ, আৰু তেওঁৰ লগত এশ ষাইঠ জন পুৰুষ। [11] বেবয়ৰ সন্তানবিলাকৰ মাজত বেবয়ৰ পুত্ৰ জখৰিয়া, আৰু তেওঁৰ লগত আঁঠাইশ জন পুৰুষ। [12] অজ্‌গদৰ সন্তানবিলাকৰ মাজত হক্কাটনৰ পুত্ৰ যোহানন, আৰু তেওঁৰ লগত এশ দহ জন পুৰুষ। [13] অদোনীকামৰ পাছৰ সন্তানবিলাকৰ মাজত কেইজনমান; সিবিলাকৰ নাম ইলীফেলট, যিয়ুৱেল, আৰু চমৰিয়া, আৰু সিবিলাকৰ লগত ষাইঠ জন পুৰুষ। [14] আৰু বিগ্‌বয়ৰ সন্তানবিলাকৰ মাজত উথয় আৰু জব্বূদ, আৰু সিবিলাকৰ লগত সত্তৰ জন পুৰুষ।

[15] পাছে অহবালৈ বৈ যোৱা নদীৰ ওচৰত ময় সিবিলাকক গোটালোঁ; সেই ঠাইতে আমি ছাউনি পাতি তিনি দিন ৰলোঁ; পাছে ময় লোকবিলাক আৰু পুৰোহিতবিলাকলৈ চাই, তাত লেবীৰ সন্তানবিলাকৰ কাকো নেপালোঁ। [16] তেতিয়া ইলীয়েজৰ, অৰীয়েল, চময়িয়া, ইল্‌নাথন, যাৰীব, ইল্‌নাথন, নাথন, জখৰিয়া, আৰু

মচুল্লম, এইবিলাক মূল মানুহক, আৰু যোয়াৰীব ও ইল্‌নাথন নামেৰে দুজন শিক্ষকক ময় মতাই আনিলোঁ। [১৭] পাছে কাচিফিয়া নামেৰে ঠাইৰ মূল মানুহ ইদ্দোৰ ওচৰলৈ ময় তেওঁবিলাকক পঠালোঁ; আৰু আমাৰ ঈশ্বৰৰ গৃহৰ নিমিত্তে পৰিচাৰকবিলাকক আমাৰ গুৰিলৈ আনিব লাগে, এই বুলি, কাচিফিয়া নামেৰে ঠাইত থকা ইদ্দো আৰু তেওঁৰ ভাই নথনীয়াবিলাকক কবলৈ ময় তেওঁবিলাকক আজ্ঞা কৰিলোঁ। [১৮] তাতে, আমাৰ ওপৰত ঈশ্বৰৰ মঙ্গলময় হাত থকাত, তেওঁবিলাকে আমাৰ ওচৰলৈ ইস্ৰায়েলৰ পুত্ৰ লেবীৰ বংশৰ মহলীৰ সন্তানবিলাকৰ মাজৰ এজন সুবিবেচক মানুহক, চেৰেবিয়াক আৰু তেওঁৰ পুতেক ও ভাই সৰ্ব্বমোট অঠৈৰ জনক, [১৯] হচবিয়াক, আৰু তেওঁৰ লগত মৰাৰীৰ সন্তানবিলাকৰ মাজৰ যিচয়াক আৰু তেওঁৰ ভাই ও সিবিলাকৰ পুতেক সৰ্ব্বমোট বিশ জনক আনিলে; [২০] আৰু দায়ূদ ও অধ্যক্ষবিলাকে লেবীয়াবিলাকৰ সেবকীয়া কাৰ্য্যৰ অৰ্থে দিয়া নথনীয়া লোকবিলাকৰ মাজৰো দুশ বিশ জন নথনীয়া লোকক আনিলে; সিবিলাক আটাইৰে নাম লিখা হল। [২১] সেই কালত, আমাৰ নিমিত্তে, আমাৰ লৰা-তিৰুতাবিলাকৰ নিমিত্তে, আৰু আটাই সম্পত্তিৰ নিমিত্তে শুভ-যাত্ৰা যাচ্ঞা কৰিবৰ মনেৰে, আমাৰ ঈশ্বৰৰ সাক্ষাতে আপোনাবিলাকক দুঃখ দিবলৈ ময় সেই ঠাইত, অহবা নদীৰ ওচৰত উপবাস ঘোষণা কৰিলোঁ। [২২] কাৰণ বাটত শত্ৰুবোৰৰ বিৰুদ্ধে সহায় কৰিবৰ অৰ্থে ৰজাক সৈন্য আৰু অশ্বাৰোহী খুজিবলৈ মোৰ লাজ লাগিছিল; কিয়নো আমি ৰজাক এই কথা কৈছিলোঁ, যে, আমাৰ ঈশ্বৰৰ হাত কুশলৰ নিমিত্তে, তেওঁক সেবা-ভক্তি কৰোঁতা আটাইবিলাকৰ ওপৰত থাকে; কিন্তু যিবিলাকে তেওঁক ত্যাগ কৰে, সেই সকলোৰে বিৰুদ্ধে তেওঁৰ পৰাক্ৰম আৰু ক্ৰোধ থাকে। [২৩] এই নিমিত্তে আমি উপবাস কৰি, আমাৰ ঈশ্বৰৰ আগত সেই বিষয়ে প্ৰাৰ্থনা কৰিলোঁ; তাতে তেওঁ আমাৰ প্ৰাৰ্থনা গ্ৰাহ্য কৰিলে। [২৪] পাছে, চেৰেবিয়া, হচবিয়া, আৰু সিবিলাকে সৈতে সিবিলাকৰ দহ জন ভাইৰ বাহিৰে, ময় পুৰোহিতবিলাকৰ মাজৰ বাৰ জন প্ৰধান লোকক পৃথক কৰিলোঁ; [২৫] আৰু ৰজা, তেওঁৰ মন্ত্ৰীবিলাক, অধ্যক্ষবিলাক, আৰু তাত উপস্থিত থকা সকলো ইস্ৰায়েল লোকে আমাৰ ঈশ্বৰৰ গৃহৰ নিমিত্তে দিয়া উপহাৰ যি ৰূপ, সোণ, আৰু পাত্ৰ, সেইবোৰ জুখি সিবিলাকৰ হাতত সোধাই দিলোঁ; [২৬] ময় ছশ পঞ্চাশ কিক্কৰ ৰূপ, এশ কিক্কৰ ৰূপৰ পাত্ৰ, এশ কিক্কৰ সোণ, [২৭] এক হাজাৰ অদৰ্কোন মূল্যৰ বিশটা সোণৰ বাটি, আৰু সোণৰ নিচিনা বহুমূল্য উত্তম জিলিকি থকা পিত্তলৰ দুটা পাত্ৰ জুখি সিবিলাকক দিলোঁ। [২৮] আৰু ময় সিবিলাকক কলোঁ, তোমালোক যিহোবাৰ উদ্দেশে পবিত্ৰ, আৰু এই পাত্ৰবোৰো পবিত্ৰ; আৰু এই ৰূপ আৰু সোণ তোমালোকৰ ওপৰ-পিতৃবিলাকৰ ঈশ্বৰ যিহোবাৰ উদ্দেশে ইচ্ছামতে এনেই উৎসৰ্গ কৰা দান। [২৯] এই হেতুকে, তোমালোকে যিৰূচালেমত যিহোবাৰ গৃহৰ খোটালীবোৰত, পুৰোহিত আৰু লেবীয়াবিলাকৰ প্ৰধান লোকৰ আগত, আৰু ইস্ৰায়েলৰ পিতৃ-বংশৰ অধ্যক্ষবিলাকৰ আগত যেতিয়ালৈকে এইবোৰ জুখি গতাই নিদিয়া, তেতিয়ালৈকে এইবোৰ সাৱধানে ৰাখিবা। [৩০] এই ৰূপে, পুৰোহিতবিলাক আৰু লেবীয়াবিলাকে যিৰূচালেমলৈ আমাৰ ঈশ্বৰৰ গৃহলৈ লৈ যাবৰ নিমিত্তে, জুখি দিয়া সেই ৰূপ, সোণ, আৰু পাত্ৰবোৰ গ্ৰহণ কৰিলে।

[৩১] পাছে প্ৰথম মাহৰ দ্বাদশ দিনা আমি যিৰূচালেমলৈ যাবৰ নিমিত্তে অহবা নদীৰ পৰা যাত্ৰা কৰিলোঁ; আৰু আমাৰ ওপৰত আমাৰ ঈশ্বৰৰ হাত থকাত, তেওঁ শত্ৰুবোৰৰ, আৰু বাটত খাপ দি থকা ডকাইতহঁতৰ হাতৰ পৰা আমাক উদ্ধাৰ কৰিলে। [৩২] পাছে আমি যিৰূচালেম পাই, তাত তিন দিন থাকিলোঁ। [৩৩] চতুৰ্থ দিনা আমি সেই ৰূপ, সোণ, আৰু পাত্ৰবোৰ জুখি আমাৰ ঈশ্বৰৰ গৃহত উৰিয়াৰ পুত্ৰ মৰেমোৎ পুৰোহিতৰ হাতত গতাই দিলোঁ; তেওঁৰ লগত পীনহচৰ পুত্ৰ ইলিয়াজৰ আছিল; আৰু তেওঁবিলাকৰ লগত যেচুৱাৰ পুত্ৰ যোজাবদ্ আৰু বিন্নূইৰ পুত্ৰ নোৱদিয়া, এই দুজন লেবীয়া মানুহো আছিল; [৩৪] আটাইবোৰ লেখি আৰু জুখি গতাই দিয়া হল; আৰু সেই সময়ত আটাইবোৰৰে জোখ

লিখি থোৱা হল। [৩৫] বন্দী-অৱস্থার পরা মুকলি হৈ অহা দেশান্তরিত লোকবিলাকে ইস্রায়েলর ঈশ্বরর উদ্দেশে হোম-বলি উৎসর্গ করিলে; গোটেই ইস্রায়েলর নিমিত্তে বারটা ভতরা, ছিয়ানব্বইটা মটা মেৰ, সাত্‌সত্তরটা মেৰ পোৱালি, আৰু পাপার্থক বলির নিমিত্তে বারটা মটা ছাগ উৎসর্গ করিলে; এই আটাইবোর যিহোৱার উদ্দেশে দিয়া হোম-বলি। [৩৬] পাছে নদীর ইপারে থকা রাজপ্রতিনিধি আৰু দেশাধ্যক্ষসকলক রজার আজ্ঞা-পত্র দিয়া হলত, তেওঁবিলাকে লোকবিলাকর আৰু ঈশ্বরর গৃহর সহায় করিলে।

লোকবিলাকে করা পাপ। ইজ্রার প্রার্থনা।

৯ সেই কার্য্য সমাপ্ত হলত, অধ্যক্ষবিলাকে মোর ওচরলৈ আহি কলে, ইস্রায়েল লোকবিলাকে, পুরোহিতবিলাকে, আৰু লেবীয়াবিলাকে কনানীয়া, পরিজ্জীয়া, যিবূচীয়া, অম্মোনীয়া, মোৱাবীয়া, মিচরীয়া, আৰু ইমোরীয়া, নানা দেশীয় এই জাতিবিলাকর ঘিণলগীয়া কার্য্যর বিষয়ে আপোনাবিলাকক পৃথক করা নাই। [২] কিয়নো সিবিলাকে আপোনাবিলাকর নিমিত্তে, আৰু আপোন আপোন পুতেকবিলাকর নিমিত্তে সিহঁতর ছোৱালী আনে; এই রূপে পবিত্র বংশ নানা দেশীয় জাতিবিলাকে সৈতে মিহলি হৈছে; এনে কি, এই সত্য-লঙ্ঘনত হাত দিয়াত অধ্যক্ষ আৰু শাসনকর্ত্তাবিলাকেই প্রথম। [৩] ময় এই কথা শুনি মোর বস্ত্র আৰু জামা ছিরিলোঁ, আৰু মোর মূরর চুলি ও ডাড়ি ছিঙি, তধা লাগি বহি থাকিলোঁ। [৪] তেতিয়া, বন্দী-অৱস্থার পরা অহা লোকবিলাকে সত্য-লঙ্ঘন করার কারণে যিবিলাক লোক ইস্রায়েলর ঈশ্বরর বাক্যত কম্পমান হল, সেই সকলোৱে মোর ওচরত গোট খালে; আৰু ময় সন্ধ্যা বেলার বলিদানর সময়লৈকে তধা লাগি বহি থাকিলোঁ। [৫] পাছে সন্ধ্যা বেলার বলিদানর সময়ত, ময় আপোন মনত দুঃখ করি বহি থকার পরা ফটা বস্ত্রেরে আৰু ফটা জামারে আঁঠু পারি আপোন ঈশ্বর যিহোৱার আগত হাত মেলি কলোঁ, [৬] হে মোর ঈশ্বর, মোর ঈশ্বর যি তুমি, তোমালৈ মুখ তুলিবলৈ ময় লজ্জিত আৰু বিবর্ণ হৈছোঁ; কিয়নো আমার অপরাধ বাঢ়ি আমার মূরর ওপরলৈকে উঠিছে, আৰু আমার দোষ বাঢ়ি আকাশ-মণ্ডলত লাগিছে। [৭] আমার পূর্ব্ব-পুরুষবিলাকর দিনরে পরা আজিলৈকে আমি অতি দোষী হৈ আহিছোঁ; আমার নানা অপরাধর নিমিত্তে আমাক, আমার রজাবিলাকক, আৰু পুরোহিতবিলাকক নানা দেশীয় রজাবিলাকর হাতত, তরোৱাললৈ, বন্দী-অৱস্থালৈ, লুটলৈ, আৰু মুখর বিবর্ণলৈ সোধাই দিয়া হৈছে, ইয়াক আজিও দেখা গৈছে। [৮] কিন্তু আমার ঈশ্বরে আমার চকু দীপ্তিমন্ত করিবর, আৰু আমার বন্দী-অৱস্থাত কিছু পরিমাণে আমাক পুনর্জ্জীবিত করিবর অর্থে, রক্ষা পাবলৈ আমার কিছুমানক অৱশিষ্ট রাখি, আৰু আপোন পবিত্রস্থানত আমাক এটা খুঁটি দি, আমার ঈশ্বর যিহোৱাই সম্প্রতি এখন্তেকমান আমাক কৃপা দান করিলে। [৯] কিয়নো আমি বন্দী হৈ আছোঁ; তথাপি আমার ঈশ্বরে বন্দী-অৱস্থাতো আমাক ত্যাগ করা নাই, কিন্তু আমাক পুনর্জ্জীবিত করিবলৈ, আমার ঈশ্বরর গৃহ স্থাপন করিবর নিমিত্তে, তার ভগাচিগাবোর মেরামত করিবর নিমিত্তে, আৰু যিহূদা ও যিরূচালেমত আমার অর্থে এখন বেরা দিবর নিমিত্তে তেওঁ পারস্যর রজাবিলাকর দৃষ্টিত আমার ওপরত দয়ারূপ চন্দ্রতাপ বিস্তার করিলে। [১০] এতিয়া হে আমার ঈশ্বর, ইয়ার পাছত আমি কি কম? কিয়নো আমি তোমার আজ্ঞাবোর ত্যাগ করিলোঁ। [১১] তুমি আপোন দাস ভাববাদীবিলাকর দ্বারায় এই আজ্ঞা প্রকাশ করি কৈছিলা, যে, তোমালোকে যি দেশ অধিকার করিবলৈ গৈছা, সেই দেশ দেশীয় জাতিবিলাকর অশৌচর দ্বারায় অশুচি হল; সিহঁতে আপোনাবিলাকর ঘিণলগীয়া কার্য্যর দ্বারায় তাক ইমূরর পরা সিমূরলৈকে আপোনাবিলাকর মলেরে পূর করিলে। [১২] এই হেতুকে, তোমালোক বলৱন্ত হবলৈ, দেশর উত্তম বস্তু ভোগ করিবলৈ, আৰু আপোনাবিলাকর সন্তানবিলাকর সদাকালর আধিপত্যর অর্থে তাক থৈ যাবলৈ, তোমালোকে সিহঁতর পুতেকবিলাকর লগত তোমালোকর জীয়ারীবিলাক বিয়া নিদিবা, আৰু তোমালোকর পুতেরাহঁতলৈ সিহঁতর জীয়ারী-

বিলাক নানিবা, আৰু সিহঁতৰ মঙ্গল ও উন্নতিলৈ কেতিয়াও চেষ্টা নকৰিবা। [১৩] আমাৰ ঈশ্বৰ যি তুমি, তুমি আমাৰ অপৰাধৰ যোগ্যতকৈ কম দণ্ড দি, আমাৰ এই অৱশিষ্ট ভাগ ৰাখিলা; এই দেখি, আমাৰ কুক্ৰিয়াবোৰৰ আৰু মহা-দোষৰ কাৰণে আমালৈ ঘটা সকলো অমঙ্গলৰ পাছতো, [১৪] আমি তোমাৰ আজ্ঞাবোৰ পুনৰায় লঙ্ঘন কৰি, ঘিণলগীয়া কাম কৰা এই জাতি-বিলাকে সৈতে মিত্ৰতা কৰিম নে? কৰিলে, আমাৰ মাজত অৱশিষ্ট নথকাকৈ, বা পলাবলৈ কোনো নথকাকৈ আমাক সংহাৰ নকৰালৈকে তুমি ক্ৰুদ্ধ হৈ নেথাকিবা নে:? [১৫] হে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা, তুমি ধৰ্ম্মময়, কিয়নো আজিৰ নিচিনাকৈ, আমি ৰক্ষা পোৱা লোক অৱশিষ্ট আছোঁ; দেখা, আমি দোষী হৈ তোমাৰ সাক্ষাতে পড়ি আছোঁ, কিয়নো ইয়াৰ কাৰণে আমি কোনেও তোমাৰ সাক্ষাতে থিয় হব নোৱাৰোঁ।

লোকবিলাকে পাপস্বীকাৰ কৰি বিজাতীয় তিৰুতা ত্যাগ কৰা। দোষীবিলাকৰ তালিকা।

**১০** ঈশ্বৰৰ গৃহৰ আগত ইজ্ৰাই এই দৰে প্ৰাৰ্থনা কৰি পাপ সৈ কাঢ়ি ক্ৰন্দন কৰা আৰু দীঘল হৈ পড়া সময়ত, ইস্ৰায়েলৰ মটা, তিৰুতা, আৰু লৰা-ছোৱালী, বড় এজুম লোক তেওঁৰ ওচৰত গোট খালে; কিয়নো লোকবিলাকে অতিশয়ৰূপে ক্ৰন্দন কৰিছিল। [২] তেতিয়া এলমৰ সন্তানবিলাকৰ মাজৰ যিহীয়েলৰ পুত্ৰ চখনিয়াই ইজ্ৰাক সম্বোধন কৰি কলে, আমাৰ ঈশ্বৰৰ বিৰুদ্ধে আমি সত্য-লঙ্ঘন কৰি দেশীয় জাতিবিলাকৰ মাজৰ পৰা বিজাতীয় ছোৱালী-বিলাক বিয়া কৰিছোঁ; তথাপি এই বিষয়ে ইস্ৰায়েললৈ এতিয়াও আশা আছে। [৩] এই হেতুকে আহোক, মোৰ প্ৰভুৰ মন্ত্ৰণা অনুসাৰে, আৰু আমাৰ ঈশ্বৰৰ আজ্ঞালৈ কঁপি থকা লোক-বিলাকৰ মন্ত্ৰণা অনুসাৰে, সেই আটাই তিৰুতা-বিলাক আৰু সিহঁতৰ গৰ্ভত জন্মা সন্তানবিলাক ত্যাগ কৰিবলৈ, এতিয়া আমাৰ ঈশ্বৰৰ লগত আমি এটা নিয়ম কৰোঁ, আৰু ব্যৱস্থামতে তাক কৰা যাওক। [৪] আপুনি উঠোক, কিয়নো এই কাৰ্য্যৰ ভাৰ আপোনাৰেই ওপৰত আছে, আৰু আমিও আপোনাৰ সহায় হম; আপুনি সাহী-য়াল হৈ কাৰ্য্য কৰোক। [৫] তেতিয়া ইজ্ৰাই উঠি, সেই বাক্য অনুসাৰে কৰিবলৈ পুৰোহিতবিলাকৰ মাজৰ প্ৰধান লোকক, লেবীয়াবিলাকক, আৰু আটাই ইস্ৰায়েলক শপথ খুৱালে। [৬] তাতে, সিবিলাকে শপথ খালত, ইজ্ৰাই ঈশ্বৰৰ গৃহৰ আগৰ পৰা উঠি ইলিয়াচীবৰ পুত্ৰ যিহোহাননৰ কোঁঠালীত সোমালগৈ, আৰু তাত ৰাতি থাকি, একো ভোজন-পান নকৰিলে; কিয়নো বন্দী-অৱস্থাৰ পৰা অহা লোকবিলাকে সত্য-লঙ্ঘন কৰাত তেওঁ শোক কৰিছিল। [৭] পাছে বন্দী-অৱস্থাৰ পৰা অহা আটাই লোকবিলাকে যিৰূ-চালেমত গোট খাওকহি, [৮] আৰু যি কোনো লোক অধ্যক্ষবিলাকৰ আৰু বৃদ্ধবিলাকৰ পৰামৰ্শ-মতে তিন দিনৰ ভিতৰত নাহিব, তাৰ সকলো সম্পত্তি বৰ্জ্জিত কৰা হব, আৰু বন্দী-অৱস্থাৰ পৰা অহা লোকবিলাকৰ সমাজৰ পৰা তাক পৃথক কৰা যাব, এই বুলি যিহূদাৰ আৰু যিৰূ-চালেমৰ সকলো ঠালে জাননী দিয়া হল। [৯] পাছে যিহূদাৰ আৰু বিন্যামীনৰ সকলো মানুহে তিন দিনৰ ভিতৰত যিৰূচালেমলৈ আহি গোট খালে; সেয়ে নৱম মাহৰ বিশ দিনৰ দিনা; আৰু আটাই লোকবিলাকে সেই প্ৰধান বিষয়ৰ আৰু বড় বৰষুণৰ কাৰণে কঁপি কঁপি ঈশ্বৰৰ গৃহৰ আগত থকা মুকলি ঠাইত বহি আছিল। [১০] পাছে ইজ্ৰা পুৰোহিতে উঠি সিবিলাকক কলে, তোমালোকে সত্য-লঙ্ঘন কৰি, ইস্ৰায়েলৰ দোষ বঢ়াবলৈ বিজাতীয় ছোৱালীবিলাক বিয়া কৰিলাহঁক। [১১] এই হেতুকে এতিয়া তোমা-লোকৰ পূৰ্ব্ব-পুৰুষবিলাকৰ ঈশ্বৰ যিহোৱাৰ আগত তোমালোকে দোষ সৈ কাঢ়া, আৰু তেওঁৰ ইচ্ছামতে কাৰ্য্য কৰা; এই দেশীয় জাতিবিলাকৰ পৰা, আৰু বিজাতীয় তিৰুতাবিলাকৰ পৰা আপোনাবিলাকক পৃথক কৰা। [১২] তেতিয়া গোটেই সমাজে বড় মাতেৰে উত্তৰ কৰিলে, আপুনি যেনেকৈ কলে, তেনেকৈ আমি কৰিবই লাগে। [১৩] কিন্তু মানুহ অনেক, আৰু এতিয়া বড় বৰষুণ দিছে, বাহিৰত থিয় হৈ থাকিব নোৱাৰোঁ; আৰু ই এদিনৰ বা দুদিনৰ কাম নহয়, কিয়নো আমি এই কথাত অতিশয় দোষ কৰিলোঁ। [১৪] এই হেতুকে গোটেই সমাজৰ

নিমিত্তে আমার অধ্যক্ষবিলাকক নিযুক্ত করা হওক; আরু বিজাতীয় ছোৱালী বিয়া করা আমার নগরবোরত থকা আটাই লোক নিরূপিত নিরূপিত সময়ত আহোক, আরু সিঁহতর লগত প্রত্যেক নগরর বৃদ্ধবিলাক আরু বিচারকর্ত্তাবিলাক আহোক; আমার ঈশ্বরর প্রচণ্ড ক্রোধ আমার পরা মুগুচালৈকে, আরু এই বিষয়ে নিষ্পত্তি নোহোৱালৈকে আহি থাকোক। [১৫] এই প্রস্তাবর বিরুদ্ধে কেবল অচাহেলর পুত্র যোনাথন আরু তিক্‌বার পুত্র যহজিয়া উঠিল; আরু মচুল্লম ও লেবীয়া চবথয়ে সিবিলাকক সহায় করিলে। [১৬] কিন্তু বন্দী-অবস্থার পরা অহা লোকবিলাকে সেই দরে কার্য্য করিলে। আরু ইজ্রা পুরোহিতক ও আপোন আপোন পিতৃ-বংশ অনুসারে পিতৃ-বংশর কেতবিলাক মূল মানুহক সিবিলাকর নাম মাতি মাতি পৃথক করা হল; আরু সিবিলাকে দশম মাহর প্রথম দিনা সেই বিষয়ে বিচার করিবলৈ বহিল। [১৭] আরু প্রথম মাহর প্রথম দিনা সিবিলাকে বিজাতীয় ছোৱালী বিয়া করা মানুহবিলাকর বিষয়ে বিচার করি শেষ করিলে। [১৮] পুরোহিতবিলাকর সন্তানবিলাকর মাজত বিজাতীয় ছোৱালী বিয়া করা মানুহ এইবিলাক পোৱা গল। যোচাদকর পুত্র যি যেচূৱা, তেওঁর সন্তান আরু ভায়েক-বিলাকর মাজত মাচেয়া, ইলীয়েজর, যারীব, আরু গদলিয়া, [১৯] ইবিলাকে আপোন আপোন তিরুতা ত্যাগ করিবলৈ হাত দিলে, আরু দোষী হৈ আপোন আপোন দোষর নিমিত্তে জাকর পরা এটা এটা মটা মের উৎসর্গ করিলে; [২০] ইম্মেরর সন্তানবিলাকর মাজত হনানী আরু জবদিয়া; [২১] হারীমর সন্তানবিলাকর মাজত মাচেয়া, এলিয়া, চময়িয়া, যিহীয়েল, আরু উজ্জিয়া; [২২] পচ্‌হূরর সন্তানবিলাকর মাজত ইলিয়োঐনয়, মাচেয়া, ইশ্মায়েল, নথনেল, যোজাবদ, আরু ইলিয়াচা। [২৩] লেবীয়াবিলাকর মাজত যোজাবদ, চিমিয়ী, কলায়া অর্থাৎ কলীটা, পথহিয়া, যিহূদা, আরু ইলিয়েজর। [২৪] গায়ক-বিলাকর মাজত ইলিয়াচীব। দুৱরীবিলাকর মাজত চল্লূম, টেলম, আরু উরী। [২৫] আরু ইস্রায়েলর মাজত, পরিয়োচর সন্তানবিলাকর মাজত রমিয়া, যিজ্জিয়া, মল্কিয়া, মিয়ামীন, ইলিয়াজর, মল্কিয়া, আরু বনায়া; [২৬] এলমর সন্তানবিলাকর মাজত মত্তনিয়া, জখরিয়া, যিহীয়েল, অব্দী, যিরেমোৎ, আরু এলিয়া; [২৭] জত্তুর সন্তানবিলাকর মাজত ইলিয়োঐনয়, ইলিয়াচীব, মত্তনিয়া, যিরেমোৎ, জাবদ, আরু অজীজা; [২৮] বেবয়র সন্তানবিলাকর মাজত যিহোহানন, হননিয়া, জব্বয়, আরু অথলয়; [২৯] বানীর সন্তানবিলাকর মাজত মচুল্লম, মল্লূক, অদায়া, যাচূব, চাল, আরু যিরেমোৎ; [৩০] পহৎ-মোৱাবর সন্তানবিলাকর মাজত অদ্‌না, কলাল, বনায়া, মাচেয়া, মত্তনিয়া, বচলেল, বিন্নূই, আরু মনচি; [৩১] হারীমর সন্তানবিলাকর মাজত ইলীয়েজর, যিচিয়া, মল্কিয়া, চময়িয়া, চিমিয়োন, [৩২] বিন্যা-মীন, মল্লূক, আরু চমরিয়া; [৩৩] হাচুমর সন্তান-বিলাকর মাজত মত্তনয়, মত্তত্তা, জাবদ, ইলী-ফেলট, যিরেময়, মনচি, আরু চিমিয়ী; [৩৪] বানীর সন্তানবিলাকর মাজত মাদয়, অম্রম, উবেল, [৩৫] বনায়া, বেদিয়া, কলূহী, [৩৬] বনিয়া, মরেমোৎ, ইলিয়াচীব, [৩৭] মত্তনিয়া, মত্তনয়, যাচূ, [৩৮] বানী, বিন্নূই, চিমিয়ী, [৩৯] চেলেমিয়া, নাথন, অদায়া, [৪০] মক্‌নদ্‌বয়, চাচয়, চারয়, [৪১] অজরেল, চেলে-মিয়া, চমরিয়া, [৪২] চল্লূম, অমরিয়া, যোচেফ; [৪৩] আরু নবোর সন্তানবিলাকর মাজত যিয়ীয়েল, মত্তিথিয়া, জাবদ, জবীনা, ইদ্দো, যোৱেল, আরু বনায়া। [৪৪] এই আটাইবিলাকে বিজা-তীয় তিরুতা বিয়া করিছিল; আরু সিবিলা-কর কোনো কোনো তিরুতার গর্ভত সন্তান জন্মিছিল।

# নহিমিয়াৰ পুস্তক।

### নহিমিয়াৰ মনৰ দুঃখ আৰু প্ৰাৰ্থনা।

**১** হখলিয়াৰ পুত্ৰ নহিমিয়াৰ বাক্য।

বিশ বছৰৰ বছৰি কিচ্‌লেব মাহত মই চূচন ৰাজকোঁঠত আছিলোঁ; [২] এনে সময়ত হনানী নামেৰে মোৰ ভাইবিলাকৰ এজন আৰু যিহূদাৰ পৰা অন্‌দিয়েক মানুহ আহিলত, মই সিবিলাকক বন্দী-অৱস্থাৰ পৰা ৰক্ষা পোৱা অৱশিষ্ট যিহূদী লোকবিলাকৰ আৰু যিৰূচালেমৰ বিষয়ে সুধিলোঁ। [৩] তাতে সিবিলাকে মোক কলে, সেই অৱশিষ্ট লোকবিলাকে, বন্দী-অৱস্থাৰ পৰা ৰক্ষা পোৱা যিবিলাক অৱশিষ্ট লোক সেই প্ৰদেশত আছে, সিবিলাক অতিশয় দুঃখ আৰু অপমানত আছে; আৰু যিৰূচালেমৰ গড় ভগা আৰু দুৱাৰবোৰ জুইৰে পোৰা হল। [৪] এই কথা শুনি, মই বহি ক্ৰন্দন কৰিলোঁ, আৰু কিছু দিন শোক কৰিলোঁ; আৰু মই লঘোন দি স্বৰ্গৰ ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰি কলোঁ, [৫] হে যিহোৱা, হে স্বৰ্গৰ ঈশ্বৰ, তোমাক প্ৰেম কৰোঁতা আৰু তোমাৰ আজ্ঞা পালন কৰোঁতাবিলাকলৈ নিয়মটী আৰু দয়া ৰাখোঁতা হে মহান আৰু ভয়ানক ঈশ্বৰ, মই তোমাক মিনতি কৰোঁ, যে, [৬] মই ইস্ৰায়েলৰ সন্তানবিলাকৰ পাপ স্বীকাৰ কৰা এই কালত, মই তোমাৰ আগত সম্প্ৰতি দিনে-ৰাতিয়ে তোমাৰ দাস ইস্ৰায়েলৰ সন্তানবিলাকৰ অৰ্থে কৰা তোমাৰ এই দাসৰ প্ৰাৰ্থনালৈ কাণ দিবৰ নিমিত্তে তোমাৰ কাণ পাতি থাকা, আৰু তোমাৰ চকু মেলি থাকা; আমি তোমাৰ বিৰুদ্ধেই সেই পাপ কৰিলোঁ, এনে কি, মই আৰু মোৰ পিতৃ-বংশয়ো কৰিলোঁ। [৭] আমি তোমাৰ বিৰুদ্ধেই অতিশয়ৰূপে কুকৰ্ম্ম কৰিলোঁ; আৰু তুমি আপোন দাস মোচিক দিয়া আজ্ঞা, বিধি, আৰু শাসন-প্ৰণালীবোৰ আমি পালন নকৰিলোঁ; [৮] বিনয় কৰোঁ, তুমি আপোন দাস মোচিক আদেশ কৰা এই বাক্য সোঁৱৰণ কৰা, "তোমালোকে সত্য-লঙ্ঘন কৰিলে, মই তোমালোকক জাতিবিলাকৰ মাজত ছিন্নভিন্ন কৰিম; [৯] কিন্তু যদি তোমালোকে মোলৈ ঘূৰি মোৰ আজ্ঞা পালন কৰি সেই মতে কাৰ্য্য কৰা, তেন্তে তোমালোকৰ খেদি দিয়া লোক আকাশৰ অন্তভাগত থাকিলেও, মই তাৰ পৰা সিবিলাকক চপাম, আৰু আপোন নামৰ নিবাসৰ অৰ্থে মই মনোনীত কৰা ঠাইলৈ সিবিলাকক আনিম।" [১০] সিবিলাকেই তোমাৰ দাস আৰু প্ৰজা; তুমি আপোনাৰ মহাপৰাক্ৰম আৰু বলৱান হাতেৰে সিবিলাকক মুক্ত কৰিলা। [১১] হে প্ৰভো, বিনয় কৰোঁ, তোমাৰ এই দাসৰ প্ৰাৰ্থনালৈ, আৰু তোমাৰ নামত ভয় ৰাখিবলৈ ভাল পোৱা তোমাৰ দাসবিলাকৰ প্ৰাৰ্থনালৈ তোমাৰ কাণ পাতি থাকা; আৰু বিনয় কৰোঁ, আজি তোমাৰ এই দাসক কৃতকাৰ্য্য হবলৈ দিয়া, আৰু এই পুৰুষ জনৰ সাক্ষাতে ইয়াক অনুগ্ৰহপ্ৰাপ্ত কৰা। সেই কালত মই ৰজাৰ পান-পাত্ৰ ধৰোঁতা আছিলোঁ।

### নহিমিয়াই যিৰূচালেমলৈ যাত্ৰা কৰা আৰু তাৰ গড় চোৱা।

**২** অৰ্তক্ষত্ৰ ৰজাৰ ৰাজত্বৰ বিশ বছৰৰ বছৰি নীচান মাহত, ৰজাৰ আগত দ্ৰাক্ষাৰস থকাত, মই সেই দ্ৰাক্ষাৰস লৈ ৰজাক দিলোঁ। তাৰ আগেয়ে মই তেওঁৰ আগত কেতিয়াও মুখ বিবৰ্ণ কৰা নাই। [২] পাছে ৰজাই মোক সুধিলে, তোৰ নৰীয়া নোহোৱাকৈয়ে মুখ কিয় বিবৰ্ণ? মনৰ বেজাৰৰ বাহিৰে ইয়াৰ আন একো কাৰণ নাই। তেতিয়া মোৰ অতিশয় ভয় লাগিল। [৩] পাছে মই ৰজাক কলোঁ, মহাৰাজ চিৰজীৱী হওক; যি স্থলত মোৰ ওপৰ-পিতৃ-বিলাকৰ মৈদামৰ ঠাই সেই নগৰখন উচ্ছন্ন

হৈ পড়ি আছে, আৰু তাৰ দুৱাৰবোৰ জুইৰে পোৰা হল, এনে স্থলত, কিয় মোৰ মুখ বিবৰ্ণ নহব ? [৪] তেতিয়া ৰজাই মোক কলে, তয় কি ভিক্ষা মাগিছ ? [৫] তাতে ময় স্বৰ্গৰ ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰি ৰজাক কলোঁ, যদি মহাৰাজে ভাল দেখে, আৰু আপোনাৰ এই বন্দীয়ে যদি আপোনাৰ দৃষ্টিত অনুগ্ৰহ পাওঁ, তেন্তে আপুনি মোক যিহুদালৈ মোৰ ওপৰ-পিতৃবিলাকৰ মৈদামৰ নগৰলৈ পঠাই দিওক, ময় তাক পুনৰায় সাজিম। [৬] তেতিয়া ৰজাই মোক সুধিলে, (সেই সময়ত ৰাণী তেওঁৰ ওচৰত বহি আছিল,) তয় কিমান দিনৰ নিমিত্তে যাবি ? আৰু কেতিয়া উলটি আহিবি ? পাছে ৰজাই অনুগ্ৰহ কৰি মোক পঠাই দিলে ; ময় তেওঁৰ গুৰিত সময় নিৰূপণ কৰিলোঁ। [৭] ময় ৰজাক আৰু কলোঁ, যদি মহাৰাজে ভাল দেখে, তেন্তে, ময় যিহুদা দেশ নেপাওঁমানে, নদীৰ সিপাৰে থকা দেশাধ্যক্ষবিলাকে যেন মোৰ যাত্ৰাত সহায় কৰে, এই নিমিত্তে তেওঁবিলাকলৈ পত্ৰ দিওক ; [৮] আৰু গৃহ-সম্বন্ধীয় কোঁঠৰ দুৱাৰৰ চৌকাঠৰ, নগৰৰ গড়ৰ, আৰু ময় যি ঘৰত সোমাম, তাৰ নিমিত্তে মোক কাঠ দিবলৈ, ৰজাৰ কাঠনি-ৰখীয়া আচফলৈ এখন পত্ৰ দিওক। তাতে, মোৰ ওপৰত মোৰ ঈশ্বৰৰ মঙ্গলময় হাত থকাত, ৰজাই মোক সেই সকলোকে দিলে। [৯] পাছে ময় নদীৰ ইপাৰে থকা দেশাধ্যক্ষবিলাকৰ ওচৰ পাই, ৰজাৰ পত্ৰবোৰ তেওঁবিলাকক দিলোঁ। ৰজাই মোৰ লগত সেনাপতি আৰু অশ্বাৰোহী পঠাইছিল। [১০] তাতে হোৰোণীয়া চন্বল্লট আৰু অম্মোনীয়া টোবিয়া দাসে যেতিয়া তাক শুনিলে, তেতিয়া, ইস্ৰায়েলৰ সন্তানবিলাকৰ মঙ্গলৰ চেষ্টা কৰিবৰ অৰ্থে এজন মানুহ যে আহিছে, ইয়াতে সিবিলাকে অতিশয় বেজাৰ পালে। [১১] এই ৰূপে ময় যিৰূচালেম পাই, সেই ঠাইত তিন দিন থাকিলোঁ। [১২] পাছে ময় আৰু মোৰ লগৰ কেইজনমান পুৰুষে ৰাতিতে উঠিলোঁ ; কিন্তু যিৰূচালেমৰ নিমিত্তে যি কৰিবলৈ ঈশ্বৰে মোৰ মনত মতি দিলে, তাক কাৰো আগত নকলোঁ ; আৰু ময় উঠা পশুটোৰ বাহিৰে আৰু কোনো পশু মোৰ লগত নাছিল। [১৩] ময় ৰাতিতে উপত্যকাৰ দুৱাৰেদি বাহিৰ ওলাই যিৰূচালেমৰ ভগা গড় আৰু জুয়ে পোৰা দুৱাৰবোৰ চাই চাই নাগ নাদ আৰু গোবৰ-দুৱাৰলৈকে গলোঁ। [১৪] পাছে ময় তাৰ পৰা ভুমুক-দুৱাৰ আৰু ৰজাৰ পুখুৰিলৈকে গলোঁ ; কিন্তু সেই ঠাইত, ময় উঠা পশুটোৰ নিমিত্তে, যাবলৈ ঠাই নাছিল। [১৫] তেতিয়া ময় ৰাতি জুৰীয়েদি ওপৰলৈ উঠি গৈ গড় চালোঁ ; পাছে উলটি উপত্যকাৰ দুৱাৰেদি সোমাই ঘৰলৈ আহিলোঁ। [১৬] কিন্তু ময় কলৈ গৈছিলোঁ, আৰু কি কি কৰিবলৈ মন আছিল, তাক অধ্যক্ষবিলাকে নেজানিছিল ; আৰু তেতিয়ালৈকে ময় যিহুদীবিলাকক, কি পুৰোহিতবিলাকক, কি প্ৰধান লোকবিলাকক, কি অধ্যক্ষবিলাকক, কি ঘৰৰ কামত লগাব লগীয়া আন মানুহবিলাকক কাকো তাক কোৱা নাছিলোঁ। [১৭] পাছে ময় সিবিলাকক কলোঁ, আমি কেনে দুৰবস্থাত আছোঁ, যিৰূচালেম কেনেকৈ উচ্ছন্ন হৈ পড়ি আছে, আৰু তাৰ দুৱাৰবোৰ কেনেকৈ জুয়ে পুৰিলে, তাক তোমালোকে দেখিছা ; এতেকে আহাঁ, আমি যিৰূচালেমৰ গড় সাজোঁ, তাতে আমি অপমানৰ বিষয় হৈ আৰু নেথাকিম। [১৮] পাছে মোৰ ওপৰত থকা ঈশ্বৰৰ মঙ্গলময় হাতৰ কথা, আৰু ৰজাই মোক কোৱা বাক্য সিবিলাকক জনালোঁ ; তাতে সিবিলাকে কলে, বাৰু, আমি উঠি সাজোঁহঁক। এই ৰূপে সিবিলাকে সেই ভাল কাৰ্য্যৰ অৰ্থে আপোন আপোন হাত সবল কৰিলে। [১৯] কিন্তু হোৰোণীয়া চন্বল্লট, অম্মোনীয়া টোবিয়া দাস, আৰু আৰবীয়া গেচমে এই কথা শুনি আমাক উপহাস কৰিলে ; আৰু আমাক হেয়জ্ঞান কৰি কলে, তহঁতে এইটো কি কাম কৰিছ ? তহঁতে ৰজাৰ অহিতে বিদ্ৰোহ-আচৰণ কৰিবি নে কি ? [২০] তেতিয়া ময় উত্তৰ কৰি সিবিলাকক কলোঁ, স্বৰ্গৰ ঈশ্বৰেই আমাৰ কাম সিদ্ধ কৰিব ; এই হেতুকে তেওঁৰ দাস আমি উঠি সাজিম ; কিন্তু যিৰূচালেমত তোমালোকৰ কোনো ভাগ কি অধিকাৰ, বা কোনো সোঁৱৰণীয় চিন নাই।

পুনৰায় গড় নিৰ্ম্মাণ কৰা।

৩ পাছে ইলিয়াচীব প্ৰধান পুৰোহিতে,

আৰু তেওঁৰ ভাই পুৰোহিতবিলাকে উঠি মেৰ-দুৱাৰ গাঁথিলে; সিবিলাকে তাৰ দুৱাৰ দুখলপা খুৱাই তাক পবিত্ৰ কৰিলে, হম্মেয়া কোঁঠলৈ, হননেলৰ কোঁঠলৈকে তাক পবিত্ৰ কৰিলে। ২ তেওঁৰ ওচৰত যিৰীহোৰ মানুহবিলাকে গাঁথিলে। সিবিলাকৰ ওচৰত ইম্ৰীৰ পুত্ৰ জক্কূৰে গাঁথিলে। ৩ হচ্চানাৱাৰ পুত্ৰবিলাকে মৎস্য-দুৱাৰ গাঁথিলে; সিবিলাকে তাৰ চৌকাঠ লগালে, তাৰ দুৱাৰ দুখলপা খুৱালে, আৰু সলখা ও ডাং লগালে। ৪ সিবিলাকৰ ওচৰত হক্কোচৰ নাতি উৰিয়াৰ পুত্ৰ মৰেমোতে ভগা বাত্তিলে। সিবিলাকৰ ওচৰত মচেজবেলৰ নাতি বেৰেখিয়াৰ পুত্ৰ মচুল্লমে ভগা বাত্তিলে। সিবিলাকৰ ওচৰত বানাৰ পুত্ৰ চাদোকে ভগা বাত্তিলে। ৫ সিবিলাকৰ ওচৰত তকোৱাৰ লোকবিলাকে ভগা বাত্তিলে; কিন্তু সিবিলাকৰ প্ৰধান লোকবিলাকে প্ৰভুৰ কাৰ্য্যৰ অৰ্থে ডিঙি নেপাতিলে। ৬ আৰু পাচেহৰ পুত্ৰ যোৱাদা, আৰু বচোদিয়াৰ পুত্ৰ মচুল্লমে পুৰাতন দুৱাৰ বাত্তিলে; সিবিলাকে তাৰ চৌকাঠ লগালে, তাৰ দুৱাৰ দুখলপা খুৱালে, আৰু সলখা ও ডাং লগালে। ৭ সিবিলাকৰ ওচৰত গিবিয়োনীয়া মলটিয়া আৰু মৰোণোথীয়া যাদোনে, গিবিয়োনৰ আৰু মিস্পাৰ মানুহবিলাকে ভগা বাত্তিলে; সেই মিস্পা নদীৰ ইপাৰৰ অধ্যক্ষৰ সিংহাসনৰ অধীনে আছিল। ৮ তেওঁৰ ওচৰত সোণাৰীবিলাকে সৈতে হৰ্হয়াৰ পুত্ৰ উজ্জীয়েলে ভগা বাত্তিলে। তেওঁৰ ওচৰত গন্ধ-বণিকবিলাকৰ মাজৰ হননিয়া নামেৰে এজনে ভগা বাত্তিলে; সিবিলাকে বহল গড়টোলৈকে যিৰূচালেম দৃঢ় কৰিলে। ৯ সিবিলাকৰ ওচৰত যিৰূচালেম প্ৰদেশৰ আধা ভাগৰ অধ্যক্ষ হূৰৰ পুত্ৰ ৰফায়াই ভগা বাত্তিলে। ১০ সিবিলাকৰ ওচৰত হৰুমফৰ পুত্ৰ যদায়াই আপোনাৰ ঘৰৰ সম্মুখত ভগা বাত্তিলে। তেওঁৰ ওচৰত হচব্নিয়াৰ পুত্ৰ হত্তূচে ভগা বাত্তিলে। ১১ হাৰীমৰ পুত্ৰ মল্কিয়া আৰু পহৎ-মোৱাবৰ পুত্ৰ হচূবে আন এভাগ আৰু তন্দুৰৰ কোঁঠ বাত্তিলে। ১২ তেওঁৰ ওচৰত যিৰূচালেম প্ৰদেশৰ আন আধা ভাগৰ অধ্যক্ষ হল্লোহেচৰ পুত্ৰ চল্লুম আৰু তেওঁৰ জীয়েকহঁতে ভগা বাত্তিলে। ১৩ হানূনে আৰু জানোহ-নিবাসীবিলাকে উপত্যকাৰ দুৱাৰ বাত্তিলে; সিবিলাকে তাক গাঁথিলে, তাৰ দুৱাৰ দুখলপা খুৱালে, আৰু সলখা ও ডাং লগালে; আৰু গোবৰ-দুৱাৰলৈকে গড়ৰ এক হাজাৰ হাত বাত্তিলে। ১৪ বৈৎ-হক্কেৰম প্ৰদেশৰ অধ্যক্ষ ৰেখবৰ পুত্ৰ মল্কিয়াই গোবৰ-দুৱাৰ বাত্তিলে; তেওঁ তাক গাঁথিলে, তাৰ দুৱাৰ দুখলপা খুৱালে, আৰু সলখা ও ডাং লগালে। ১৫ মিস্পা প্ৰদেশৰ অধ্যক্ষ কল-হোজিৰ পুত্ৰ চল্লূনে ভুমুক-দুৱাৰ বাত্তিলে; তেওঁ তাক গাঁথিলে, তাৰ চাল দিলে, তাৰ দুৱাৰ দুখলপা খুৱালে, আৰু সলখা ও ডাং লগালে; আৰু যি খটখটীয়েদি দায়ূদৰ নগৰৰ পৰা নামে, তালৈকে ৰজাৰ বাৰীৰ ওচৰত থকা চেলোহ পুখুৰিৰ গড় সাজিলে। ১৬ তেওঁৰ পাছত বৈৎচূৰ প্ৰদেশৰ আধা ভাগৰ অধ্যক্ষ অজবুকৰ পুত্ৰ নহিমিয়াই দায়ূদৰ মৈদাম-বোৰৰ সম্মুখৰ ঠাইলৈকে, খন্দা পুখুৰিলৈকে, আৰু বীৰবিলাকৰ ঘৰলৈকে ভগা বাত্তিলে। ১৭ তেওঁৰ পাছত লেবীয়াবিলাকে সৈতে বানীৰ পুত্ৰ ৰহূমে ভগা বাত্তিলে। আৰু তেওঁৰ ওচৰত কয়ীলা প্ৰদেশৰ আধা ভাগৰ অধ্যক্ষ হচবিয়াই আপোন প্ৰদেশৰ অৰ্থে ভগা বাত্তিলে। ১৮ তেওঁৰ পাছত সিবিলাকৰ ভাইবিলাকে সৈতে কয়ীলা প্ৰদেশৰ আন আধা ভাগৰ অধ্যক্ষ হেনাদদৰ পুত্ৰ বব্বয়ে ভগা বাত্তিলে। ১৯ তেওঁৰ ওচৰত মিস্পাৰ অধ্যক্ষ যেচূৱাৰ পুত্ৰ এজৰে গড়ৰ মেচত থকা অস্ত্ৰগৃহলৈ উঠা বাটৰ সম্মুখত আৰু এভাগ বাত্তিলে। ২০ তেওঁৰ পাছত জব্বয়ৰ পুত্ৰ বাৰূকে অতি আগ্ৰহেৰে গড়ৰ মেচৰ পৰা প্ৰধান পুৰোহিত ইলিয়াচীবৰ ঘৰৰ দুৱাৰলৈকে আৰু এভাগ বাত্তিলে। ২১ তেওঁৰ পাছত হক্কোচৰ নাতি উৰিয়াৰ পুত্ৰ মৰেমোতে ইলিয়াচীবৰ ঘৰৰ দুৱাৰৰ পৰা ইলিয়াচীবৰ ঘৰৰ মূৰলৈকে আৰু এভাগ বাত্তিলে। ২২ তেওঁৰ পাছত সমথলত থকা পুৰোহিতবিলাকে ভগা বাত্তিলে। ২৩ সিবিলাকৰ পাছত বিন্যামীন আৰু হচূবে আপোনাবিলাকৰ ঘৰৰ সম্মুখত ভগা বাত্তিলে। সিবিলাকৰ পাছত অননিয়াৰ নাতি মাচেয়াৰ পুত্ৰ অজৰিয়াই আপোনাৰ ঘৰৰ কিনাৰত ভগা বাত্তিলে। ২৪ তেওঁৰ পাছত হেনাদদৰ

পুত্র বিন্নুয়ে অজরিযার ঘরর পরা গড়র মেচ চুকলৈকে আরু এভাগ বাতিলে। [25] উজয়র পুত্র পাললে গড়র মেচর সম্মুখত আরু প্রহরীর চোঁতালর ওচরত রজার ওপরর গৃহর বাহির ওলাই থকা কোঁঠর সম্মুখত ভগা বাতিলে। তেওঁর পাছত পরিয়োচর পুত্র পদায়াই ভগা বাতিলে। [26] ( আরু নথনীয়াবিলাকে ওফেলত থাকি পুব-দিশে জল-দুৱারর সম্মুখত থকা ঠাই-লৈকে, আরু বাহির ওলাই থকা কোঁঠলৈকে বাস করিছিল। ) [27] তেওঁর পাছত তকোৱার লোকবিলাকে বাহির ওলাই থকা বড় কোঁঠর সম্মুখত ওফেলর গড়লৈকে আরু এভাগ বাতিলে। [28] অশ্ব-দুৱারর ওপর ফালর পরা পুরোহিতবিলাকে প্রতিজনে আপোন আপোন ঘরর সম্মুখত ভগা বাতিলে। [29] সিবিলাকর পাছত ইম্মেরর পুত্র চাদোকে আপোনার ঘরর সম্মুখত ভগা বাতিলে। আরু তেওঁর পাছত পুব দুৱারর রখীয়া চখনিয়ার পুত্র চময়িয়াই ভগা বাতিলে। [30] তেওঁর পাছত চেলেমিয়ার পুত্র হননিয়া আরু চালফর ষষ্ঠ পুত্র হানুনে আরু এভাগ বাতিলে। তেওঁর পাছত বেরে-খিয়ার পুত্র মচুল্লমে আপোনার কোঁঠালীর সম্মুখত ভগা বাতিলে। [31] তেওঁর পাছত সোণারীবিলাকর মাজর মল্কিয়া নামেরে এজনে নথনীয়াবিলাকর আরু বণিকবিলাকর ঠাই-লৈকে, চুকলৈ উঠা বাটলৈকে হমিফ্কদ দুৱারর সম্মুখত ভগা বাতিলে। [32] আরু চুকলৈ উঠা বাটর আরু মেষ-দুৱারর মাজ ভাগ সোণারী আরু বণিকবিলাকে বাতিলে।

শত্রুবোরর বিরোধ আরু তার প্রতীকার।

**৪** পাছে, আমি যে গড় নির্ম্মাণ করিছোঁ, তাক চন্‌বল্লটে শুনি খং উঠি আরু অতিশয় বেজার পাই যিহুদীবিলাকক বিদ্রূপ করিলে; [2] আরু আপোন ভাইবিলাকর আরু চমরীয়া সৈন্যদলর আগত কলে, সেই দুর্ব্বল যিহুদী লোকবিলাকে কি করিছে? সিহঁতে আপোনা-বিলাকর নিমিত্তে গড় দৃঢ় করিব নে? সিহঁতে বলিদান করিব নে? সিহঁতে একে দিনাই সেই কাম করি এঁটাব নে? সিহঁতে ভগ্নরাশির পরা সেই পোরা শিলবোর উলিয়াই জীয়াব নে? [3] সেই সময়ত অম্মোনীয়া টোবিয়া তেওঁর ওচরত আছিল; তেওঁ কলে, সিহঁতে যি গড় নির্ম্মাণ করিছে, তার ওপরত যদি এটা শিয়াল উঠে, তেন্তে সিহঁতর সেই শিলাময় গড় ভাগি পড়িব। [4] হে আমার ঈশ্বর, শুনা, কিয়নো আমি ঘৃণিত হৈছোঁ; সিহঁতর বিকর্থনা সিহঁতর মূরত উলটি পড়োক, আরু সিহঁতক, বন্দী হৈ, লুট করি নিয়া বস্তুর নিচিনাকৈ বিদেশত থাকিবলৈ দিয়া; [5] সিহঁতর অপরাধ ঢাকি নেরাখিবা, আরু সিহঁতর পাপ তোমার আগর পরা মচি নেপেলাবা, কিয়নো সিহঁতে গড় নির্ম্মাণ করাবিলাকর আগত তোমাক বেজার দিছে। [6] এই রূপে আমি গড় নির্ম্মাণ করিলোঁ, আরু ওখই আধালৈকে গড়র মেরটো করা হল; কিয়নো কাম করিবলৈ লোকবিলাকর মন আছিল।

[7] পাছে, যিরূচালেমর গড় মেরামত করা কাম চলিছে, আরু তার ভগা ঠাইবোর বন্ধ করিবলৈ আরম্ভ করা হৈছে, ইয়াকে শুনি চন্‌বল্লট আরু টোবিয়াই, আরু আরবীয়া, অম্মোনীয়া, আরু অচ্‌দোদীয়া লোকবিলাকে অতিশয় ক্রুদ্ধ হৈ, [8] যিরূচালেমর বিরুদ্ধে যুদ্ধ-যাত্রা করি তাত গোলমাল লগাবলৈ সকলোৱে চক্রান্ত করিলে। [9] কিন্তু আমি আমার ঈশ্বরর আগত প্রার্থনা করিলোঁ, আরু দিনে-রাতিয়ে সিহঁতর বিরুদ্ধে সিহঁতর সম্মুখত পরীয়া রাখিলোঁ। [10] পাছে যিহুদার লোকবিলাকে কলে, ভার বওঁতাবোর দুর্ব্বল হল, আরু পেলাব লগীয়া অনেক জাবর আছে, এনে স্থলত গড় নির্ম্মাণ করা আমার অসাধ্য। [11] আকৌ আমার শত্রুবোরে কলে, সিহঁতে নজনাকৈ আরু নেদেখাকৈ আমি সিহঁতর মাজত সোমাই সিহঁতক বধ করি কাম বন্ধ করিম। [12] আরু সিহঁতর ওচরত থকা যিহুদীবিলাকে সকলো ঠাইর পরা আহি দহবার আমাক কলে, তোমালোক আমার ভালৈ উভটি যাব লাগিব। [13] এই হেতুকে গড়র পাছফালে অতি চাপর আরু মুকলি ভাগত আপোন আপোন গোষ্ঠী অনুসারে তরোৱাল, জাঠি, আরু ধনুরে সৈতে ময় মানুহবিলাকক নিযুক্ত করিলোঁ। [14] পাছে ময় চালোঁ, আরু উঠি প্রধান লোকবিলাকক,

অধ্যক্ষবিলাকক, আৰু আন আন সকলো মানুহক কলোঁ, তোমালোকে সিহঁতলৈ ভয় নকৰিবা; মহান আৰু ভয়ানক প্ৰভুক সোঁৱৰণ কৰি, আপোন আপোন ভাই, আপোন আপোন পো-জী, আপোন আপোন তিৰুতা, আৰু আপোন আপোন ঘৰৰ নিমিত্তে যুদ্ধ কৰা। [১৫] যেতিয়া আমাৰ শত্ৰুবোৰে শুনিলে, যে, আমি সিহঁতৰ অভিপ্ৰায় জানিলোঁ, আৰু ঈশ্বৰে সিহঁতৰ মন্ত্ৰণা ব্যৰ্থ কৰিলে, তেতিয়া আমি আটাইবিলাকে গড়লৈ আপোন আপোন কাৰ্য্য কৰিবলৈ পুনৰায় গলোঁ। [১৬] আৰু সেই দিনৰে পৰা মোৰ দাসবিলাকৰ এভাগে কাম কৰে, আন ভাগে জাঠি, ঢাল, আৰু ধনু ধৰি আথৰ পিন্ধি থাকে; আৰু যিহূদা-বংশৰ আটাই লোকবিলাকৰ পাছত অধ্যক্ষবিলাক থাকে। [১৭] গড় নিৰ্ম্মাণ কৰোঁতে, আৰু ভাৰ বওঁতাবিলাকে ভাৰ বওঁতে, সিবিলাকে এহাতে কাম কৰে, এহাতে অস্ত্ৰ ধৰে; [১৮] আৰু গড় নিৰ্ম্মাণ কৰোঁতা প্ৰতিজনে কঁকালত তৰোৱাল বান্ধি সাজে; আৰু শিঙ্গা বজাওঁতা জন মোৰ ওচৰত থাকে। [১৯] আৰু মই প্ৰধান লোকবিলাকক, অধ্যক্ষবিলাকক, আৰু আন আন সকলো লোকক কলোঁ, এই কৰ্ম্ম বৃহৎ আৰু বিস্তৃত, আৰু আমি গড়ৰ ওপৰত বেলেগ বেলেগ হৈ এজনৰ পৰা আন জন দূৰত আছোঁ। [২০] তোমালোকে যি কোনো ঠাইত শিঙ্গাৰ শব্দ শুনিবা, সেই ঠাইলৈ গৈ আমাৰ ওচৰত তোমালোকে গোট খাবা; আমাৰ ঈশ্বৰে আমাৰ নিমিত্তে যুদ্ধ কৰিব। [২১] এই দৰে আমি সেই কাৰ্য্য কৰি আছোঁ; আৰু বেলি ওলোৱাৰ পৰা তৰা দেখালৈকে আমাৰ এভাগে জাঠি ধৰি থাকে। [২২] সেই সময়ত মই লোকবিলাকক আৰু কলোঁ, প্ৰতিজনে আপোন আপোন দাসে সৈতে ৰাতি যিৰূচালেমৰ ভিতৰত থাকিব লাগে। তাতে সিবিলাকে ৰাতি আমাৰ ৰখীয়া হব, আৰু দিনত কাম কৰিব। [২৩] তেতিয়া মই, মোৰ ভাইবিলাক, মোৰ দাসবিলাক, আৰু মোৰ পাছত চলা ৰখীয়াবিলাক, আমি কোনেও গাৰ পৰা কাপৰ নোসোলোকালোঁ; আমি প্ৰতিজনে আপোন আপোন বস্ত্ৰ লৈ পানীলৈ যাওঁ।

দৰিদ্ৰবিলাকক কৰা দৌৰাত্ম্য নিবাৰণ।

৫ পাছে সাধাৰণ লোকবিলাকে আৰু সিবিলাকৰ তিৰুতাবিলাকে আপোনাবিলাকৰ ভাই যিহূদী মানুহবিলাকৰ বিৰুদ্ধে বৰকৈ এৰাও কৰিলে। [২] কিয়নো কোনো কোনোৱে কলে, আমি পো-জীয়ে সৈতে অনেক প্ৰাণী, আমি খাই জীৱনধাৰণ কৰিবৰ অৰ্থে শস্য লওঁগৈহঁক। [৩] কোনো কোনোৱে কলে, আমি আপোন আপোন পথাৰ, দ্ৰাক্ষাবাৰী, আৰু ঘৰ বন্ধক দিছোঁ; নাটনি হোৱাত আমি শস্য লওঁগৈহঁক। [৪] আৰু কোনো কোনোৱে কলে, আমি আপোন আপোন পথাৰ আৰু দ্ৰাক্ষাবাৰীৰ ৰাজস্ব দিবলৈ ধন ধাৰে আনিলোঁ। [৫] কিন্তু আমাৰ শৰীৰ আমাৰ ভাইবিলাকৰ শৰীৰৰ সমান, আৰু আমাৰ সন্তানবোৰ সিবিলাকৰ সন্তানবিলাকৰ নিচিনা; তথাপি দেখা, আপোন আপোন পো-জীহঁতক বন্দী-অৱস্থাত পেলাব লগীয়া হৈছোঁ; আৰু আমাৰ ছোৱালীবিলাকৰ মাজৰ কেইজনীমানক বন্দী-অৱস্থাত পেলোৱা হলেই; আমাৰ একো উপায় নাইকিয়া হল, কিয়নো আমাৰ পথাৰ আৰু দ্ৰাক্ষাবাৰী আন লোকবিলাকৰ হল। [৬] তেতিয়া মই সিবিলাকৰ কাতৰোক্তি আৰু এই কথাবোৰ শুনি, মোৰ বৰ খং উঠিল। [৭] পাছে মই আপোন মনতে বিবেচনা কৰি, প্ৰধান লোকবিলাক আৰু অধ্যক্ষবিলাকৰ লগত বিবাদ কৰি কলোঁ, তোমালোক প্ৰতিজনে আপোন আপোন ভাইৰ পৰা বাঢ়ি লৈছা। তেতিয়া মই সিবিলাকৰ বিৰুদ্ধে মহাসমাজ গোট খুৱাই, [৮] সিবিলাকক কলোঁ, জাতিবিলাকৰ গুৰিত বেচা আমাৰ ভাই যিহূদীবিলাকক আমি সাধ্য অনুসাৰে মুকলি কৰিলোঁ; এতিয়া তোমালোকৰ ভাইবিলাকক তোমালোকেই বেচিবা নে? আৰু আমাৰ গুৰিতেই জানো সিবিলাকক বেচা উচিত। তাতে সিবিলাকে নিমাত হল, একো উত্তৰ কৰিব নোৱাৰিলে। [৯] মই আৰু কলোঁ, তোমালোকে এনে কৰা ভাল নহয়; আমাৰ শত্ৰু জাতিবিলাকে আমাক নিন্দা নকৰিবৰ নিমিত্তে, তোমালোকে আমাৰ ঈশ্বৰৰ ভয়ত চলা উচিত নহয় নে? [১০] ময়ো, মোৰ ভাইবিলাকেও, আৰু

মোৰ দাসবিলাকেও ধন আৰু শস্য বাঢ়িলৈ দিওঁ। মই বিনয় কৰোঁ, এই বাঢ়ি লোৱা দস্তুৰ আমি এৰোঁহঁক। ১১ মই বিনয় কৰোঁ, সিহঁতৰ পথাৰ, দ্ৰাক্ষাবাৰী, জিতবৃক্ষৰ বাৰী, ঘৰবোৰ, আৰু তোমালোকে সিবিলাকৰ পৰা আদায় কৰা ৰূপৰ, শস্যৰ, দ্ৰাক্ষাৰসৰ, আৰু তেলৰ এশ ভাগৰ এভাগ আজিয়েই সিবিলাকক ওলোটাই দিয়া। ১২ তেতিয়া সিবিলাকে কলে, আমি সেইবোৰ ওলোটাই দিম, সিবিলাকৰ পৰা একো দাওয়া নকৰোঁ; আপুনি কোৱাৰ দৰেই কৰিম। তেতিয়া মই পুৰোহিতবিলাকক মতাই, এই অঙ্গীকাৰৰ দৰে কাৰ্য্য কৰিবলৈ সিবিলাকক শপত খুৱালোঁ। ১৩ আৰু মই মোৰ কাপৰৰ কোঁচ জোকাৰি কলোঁ, যি কোনোৱে এই অঙ্গীকাৰ পালন নকৰিব, ঈশ্বৰে তাৰ ঘৰৰ পৰা আৰু পৰিশ্ৰমৰ ফলৰ পৰা তাক এই ৰূপে জোকাৰি পেলাওক; এই ৰূপে তাক জোকৰা আৰু শুদা কৰা হওক। তাতে গোটেই সমাজে সেই দৰে হওক বুলি কলে, আৰু যিহোৱাৰ প্ৰশংসা কৰিলে। পাছে লোকবিলাকে এই অঙ্গীকাৰৰ দৰে কাৰ্য্য কৰিলে। ১৪ অধিকন্তু, যি সময়ত মই যিহুদা দেশত সিবিলাকৰ অধ্যক্ষ হবলৈ নিযুক্ত হৈছিলোঁ, সেই সময়ৰ পৰা, অৰ্থাৎ অৰ্ত্তক্ষত্ৰ ৰজাৰ ৰাজত্বৰ বিশ বছৰৰ বছৰিৰ পৰা, বত্ৰিশ বছৰৰ বছৰিলৈকে এই বাৰ বছৰ মই আৰু মোৰ ভাইবিলাকে দেশাধ্যক্ষৰ আহাৰ খোৱা নাই। ১৫ কিন্তু আমাৰ আগেয়ে হোৱা পূৰ্ব্বৰ দেশাধ্যক্ষবিলাকে লোকবিলাকক ভাৰগ্ৰস্ত কৰিছিল, আৰু চল্লিশ চেকল ৰূপৰ বাহিৰেও, সিবিলাকৰ পৰা খোৱা বস্তু আৰু দ্ৰাক্ষাৰস লৈছিল, এনে কি, সিবিলাকৰ দাসবিলাকেও লোকবিলাকৰ ওপৰত শাসন কৰিছিল; কিন্তু মই ঈশ্বৰলৈ ভয় ৰাখি তাক কৰা নাই। ১৬ তাত বাজে মই এই গড়ৰ কামত লাগি আছিলোঁ, আমি মাটি নিকিনিলোঁ, আৰু মোৰ আটাই দাসবিলাকেও এই ঠাইলৈ আহি কাম কৰিবলৈ গোট খালে। ১৭ আমাৰ চাৰিওফালে থকা পৰজাতীয়বিলাকৰ মাজৰ পৰা যিবিলাক মানুহ আমাৰ ওচৰলৈ আহে, সিবিলাকৰ বাহিৰে যিহুদী মানুহ আৰু অধ্যক্ষ এশ পঞ্চাশ জন লোক মোৰ মেজত বহে। ১৮ সেই সময়ত প্ৰতিদিনে যি যি খোৱা বস্তু যুগুত কৰা হয়, সেয়ে এই, এটা গৰু আৰু ছটা উত্তম মেৰ; আৰু কেতবোৰ চৰাই মোৰ নিমিত্তে যুগুত কৰা হয়; আৰু দহ দিন অন্তৰে এবাৰ নানা বিধৰ অধিক দ্ৰাক্ষাৰস হয়। তথাপি লোকবিলাকৰ ওপৰত ভাৰ গধুৰ হোৱাতে, মই দেশাধ্যক্ষৰ আহাৰ নুখুজিলোঁ। ১৯ হে মোৰ ঈশ্বৰ, মই এই লোকবিলাকৰ নিমিত্তে যিবোৰ কাম কৰিলোঁ, মঙ্গলৰ নিমিত্তে মোৰ পক্ষে সেইবোৰ সোঁৱৰণ কৰা।

শত্ৰুৰ চক্ৰান্ত।

৬ পাছে, মই যে গড় নিৰ্ম্মাণ কৰিলোঁ, তাৰ মাজত আৰু ভগা ঠাই নাই, (তথাপি তেতিয়াও নগৰৰ দুৱাৰবোৰত দুৱাৰ খুউৱা নাছিল;) ইয়াক যেতিয়া চন্‌বল্লট, টোবিয়া, আৰবীয়া গেচম, আৰু আমাৰ আন শত্ৰুবোৰে শুনিবলৈ পালে, ২ তেতিয়া চন্‌বল্লট আৰু গেচমে মানুহৰ দ্বাৰায় মোৰ ওচৰলৈ এই কথা কৈ পঠালে, বোলে, আহাঁ, আমি ওনো সমথলৰ এখন গাঁৱত গোট খাওঁহঁক। কিন্তু সিবিলাকৰ মন আছিল মোৰ অনিষ্ট কৰিবলৈ। ৩ তাতে মই সিবিলাকলৈ দূতৰ দ্বাৰায় কৈ পঠালোঁ, যে, মই এক মহৎ কৰ্ম্ম কৰিছোঁ, নামি যাব নোৱাৰোঁ; মই তাক এৰি তোমালোকৰ ওচৰলৈ নামি যাওঁমানে, কাম কিয় বন্ধ হৈ থাকিব? ৪ এই ৰূপে সিবিলাকে মোৰ ওচৰলৈ চাৰিবাৰ মানুহ পঠালে; আৰু মই সিবিলাকক সেই প্ৰকাৰ উত্তৰকে দিলোঁ। ৫ পাছে চন্‌বল্লটে সেই দৰে পঞ্চমবাৰ এখন খোলা চিঠিৰে মোৰ ওচৰলৈ আপোন দাসক পঠালে; ৬ তাত এই কথা লিখা আছিল, জাতিবিলাকৰ মাজত এই কথা ওলাইছে, আৰু গেচমেও কৈছে, যে, তুমি আৰু যিহুদীবিলাকে বিদ্ৰোহ কৰিবলৈ মন কৰিছাহঁক; এই কাৰণে তুমি পুনৰায় গড় নিৰ্ম্মাণ কৰিছা; আৰু সেই কথামতে তুমি সিহঁতৰ ৰজা হবলৈ ইচ্ছা কৰিছা। ৭ আৰু যিহুদা দেশত এজন ৰজা আছে, এই বুলি নিজৰ বিষয়ে যিৰূচালেমত প্ৰচাৰ কৰাবলৈ তুমি ভাববাদীবিলাকক নিযুক্ত কৰিলা; আৰু সেই কথা ৰজাৰ আগত জনোৱা হব। এই

হেতুকে, আহঁা, আমি গোট খাই মন্ত্রণা করোঁ-হঁক। [৮] তেতিয়া মই তেওঁলৈ কৈ পঠালোঁ, যে, তুমি কোৱার দৰে কোনো কাৰ্য্য কৰা হোৱা নাই; কিন্তু সেইবোৰ তুমি মনেৰে সাজি কোৱা কথা। [৯] কিয়নো, সেই কামত সিহঁতৰ হাত দুৰ্ব্বল হৈ তাক সমাপ্ত কৰা নহওক বুলি সিবিলাক আটায়ে আমাক ভয় দেখুৱাব খুজি-ছিল। কিন্তু হে ঈশ্বৰ, তুমি এতিয়া মোৰ হাত সবল কৰা।

[১০] পাছে, মহেটবেলৰ নাতি দলায়াৰ পুত্ৰ যি চময়া বন্ধ আছিল, তেওঁৰ ঘৰলৈ মই গলোঁ; তাতে তেওঁ কলে, বলা, আমি ঈশ্বৰৰ গৃহত মন্দিৰৰ ভিতৰত গোট খাই মন্দিৰৰ দুৱাৰবোৰ বন্ধ কৰোঁ; কিয়নো সিহঁতে তোমাক বধ কৰি-বলৈ আহিব, এনে কি, ৰাতিয়েই তোমাক বধ কৰিবলৈ আহিব। [১১] তাতে মই কলোঁ, মোৰ নিচিনা মানুহে পলাব নে? আৰু মোৰ নিচিনা কোন মানুহে প্ৰাণ জীয়াই ৰাখিবলৈ মন্দিৰত সোমাব? মই সেই ঠাইত নোসোমাওঁ। [১২] পাছে মই জানিবলৈ পালোঁ, যে, ঈশ্বৰে তেওঁক পঠোৱা নাই, কিন্তু টোবিয়া ও চন্বল্লটে তেওঁক বেচ দিয়াত, তেওঁ মোৰ অহিতে ভাববাণী প্ৰচাৰ কৰিলে; [১৩] মই যেন ভয় পাই সেই কাম কৰি পাপ কৰোঁ, আৰু সিবিলাকে যেন দুৰ্নাম কৰিবলৈ ছল পাই মোক ধিক্কাৰ দিব পাৰে, এই নিমিত্তেই তেওঁক বেচ দিয়া হৈছিল। [১৪] হে মোৰ ঈশ্বৰ, টোবিয়া আৰু চন্বল্লটৰ এই কাৰ্য্য অনুসাৰে সিবিলাকক, আৰু মোক ভয় দেখুৱাব খোজা নোৱদিয়া ভাববাদিনী আদি ভাববাদীবিলাককো সোঁৱৰণ কৰা।

গড় সমাপ্ত হোৱা। বন্দী-অৱস্থাৰ পৰা অহাবিলাকৰ তালিকা।

[১৫] পাছে ইলুল মাহৰ পঁচিশ দিনৰ দিনা, বাৱন্ন দিনৰ মূৰত গড়টো সমাপ্ত হল। [১৬] আমাৰ আটাই শত্ৰুবোৰে যেতিয়া তাক শুনিলে, তেতিয়া আমাৰ চাৰিওফালে থকা জাতিবিলাকে ভয় পালে, আৰু আপোনাবিলাকৰ দৃষ্টিত অতি নীহ যেন হল; কিয়নো সিহঁতে জানিবলৈ পালে, যে, এই কাম আমাৰ ঈশ্বৰৰ পৰাই সিদ্ধ হল। [১৭] তাত বাজে সেই সময়ত যিহুদাৰ প্ৰধান লোকবিলাকে টোবিয়াৰ গুৰিলৈ অনেক পত্ৰ পঠায়, আৰু টোবিয়াৰ পত্ৰও সিবিলাকলৈ আহে; [১৮] কিয়নো যিহুদাৰ মাজত অনেকে তেওঁৰ পক্ষে শপথ খাইছিল; কাৰণ তেওঁ আৰহৰ পুত্ৰ চখনিয়াৰ জোঁৱায়েক আছিল, আৰু তেওঁৰ পুত্ৰ যিহোহাননে বেৰেখিয়াৰ পুত্ৰ মচুল্লমৰ জীয়েকক বিয়া কৰিছিল। [১৯] আৰু সিবিলাকে মোৰ আগত তেওঁৰ সৎকাৰ্য্যৰ কথা কয়, আৰু মোৰ কথাও তেওঁৰ আগত কয়। মোক ভয় দেখুৱাবৰ নিমিত্তেই টোবিয়াই পত্ৰ পঠায়।

৭ গড় নিৰ্ম্মাণ কৰা হলত, মই দুৱাৰবোৰ খুউৱাৰ পাছত, আৰু দুৱৰী, গায়ক, আৰু লেবীয়াবিলাকক নিযুক্ত কৰা হলত, [২] মই আপোন ভাই হনানীক, আৰু কোঁঠৰ অধ্যক্ষ হননিয়াক যিৰূচালেমৰ ভাৰ দিলোঁ; কিয়নো হননিয়া বিশ্বাসী মানুহ আছিল, আৰু অনেক মানুহতকৈ তেওঁ ঈশ্বৰলৈ অধিক ভয় ৰাখিছিল। [৩] আৰু মই সিবিলাকক আজ্ঞা কৰিলোঁ, যে, যেতিয়ালৈকে ৰ'দ টান নহয়, তেতিয়ালৈকে যিৰূচালেমৰ দুৱাৰবোৰ মেলিব নেলাগে; আৰু সিবিলাকে পৰ দি থাকোঁতে দুৱাৰবোৰ বন্ধ কৰিব লাগে, আৰু তোমালোকে ডাং দিবা; আৰু তোমালোকে যিৰূচালেমত থকা কেত্-বিলাক লোকক পৰীয়া নিযুক্ত কৰিবা, সিহঁত প্ৰতিজনে আপোন আপোন পৰ দিয়া ঠাইত আপোন আপোন ঘৰৰ আগত থাকিব। [৪] নগৰ বহল আৰু ডাঙৰ, কিন্তু তাৰ ভিতৰত অলপ লোক আছিল, আৰু ঘৰবোৰ সজা নাছিল। [৫] পাছে বংশাৱলিত নাম লিখিবৰ অৰ্থে মোৰ ঈশ্বৰে প্ৰধান লোকবিলাকক, অধ্যক্ষবিলাকক, আৰু আন আন লোকবিলাকক গোটাবলৈ মোক মতি দিলে। তাতে মই বাবিলৰ পৰা প্ৰথমে অহা লোকবিলাকৰ এখন বংশাৱলি-পত্ৰ পালোঁ; তাৰ মাজত এই কথা লিখা আছিল, [৬] যিবিলাকক বন্দী কৰি নিয়া হৈছিল, যিবিলাকক বাবিলৰ ৰজা নবূখদ্-নেচৰে লৈ গৈছিল, [৭] সিবিলাকৰ মাজত প্ৰদে-শৰ এই লোকবিলাক বন্দী-অৱস্থাৰ পৰা মুকলি হৈ যিৰূচালেম আৰু যিহুদালৈ আপোন আপোন নগৰলৈ উলটি আহিল; সিবি-

লাক অজৰ্ব্বাবিল, যেচূৱা, নহিমিয়া, অজৰিয়া, ৰয়মিয়া, নহমানী, মৰ্দখয়, বিল্চন, মিস্পৰৎ, বিগ্‌বয়, নহূম, আৰু বানা, এইবিলাকৰ লগত আহিল। ইস্ৰায়েল লোকবিলাকৰ পুৰুষৰ সংখ্যা এই। [৮] পৰিয়োচৰ সন্তান দুই হাজাৰ এশ বাসত্তৰ জন; [৯] চফটিয়াৰ সন্তান তিনি শ বাসত্তৰ জন; [১০] আৰহৰ সন্তান ছশ বাবন্ন জন; [১১] যেচূৱা আৰু যোৱাবৰ সন্তানবিলাকৰ মাজৰ পহৎমোৱাবৰ সন্তান দুই হাজাৰ আঁঠ শ অঁঠৈৰ জন; [১২] এলমৰ সন্তান এক হাজাৰ দুশ চৌবন্ন জন; [১৩] জত্তূৰ সন্তান আঁঠ শ পঞ্চল্লিশ জন; [১৪] জক্কয়ৰ সন্তান সাত শ ষাইঠ জন; [১৫] বিন্নূইৰ সন্তান ছশ আঁঠচল্লিশ জন। [১৬] বেবয়ৰ সন্তান ছশ আঁঠাইশ জন; [১৭] অজ্‌গদৰ সন্তান দুই হাজাৰ তিনি শ বাইশ জন; [১৮] অদোনীকামৰ সন্তান ছশ সাতষষ্টি জন; [১৯] বিগ্‌বয়ৰ সন্তান দুই হাজাৰ সাতষষ্টি জন; [২০] আদীনৰ সন্তান ছশ পাঁচপন্ন জন; [২১] হিষ্কিয়াৰ বংশৰ আটেৰৰ সন্তান আঁঠানব্বই জন; [২২] হাচূমৰ সন্তান তিনি শ আঁঠাইশ জন; [২৩] বেচয়ৰ সন্তান তিনি শ চব্বিশ জন; [২৪] হাৰীফৰ সন্তান এশ বাৰ জন; [২৫] গিবিয়োনৰ লোক পঞ্চানব্বই জন; [২৬] বৈৎ-লেহম আৰু নটোফাৰ মানুহ এশ আঁঠাশী জন; [২৭] অনাথোতৰ মানুহ এশ আঁঠাইশ জন; [২৮] বৈৎ-অজ্‌মাবতৰ লোক বিয়াল্লিশ জন; [২৯] কিৰিয়ৎ-যিয়াৰীম, কফীৰা, আৰু বেৰোতৰ মানুহ সাত শ তিয়াল্লিশ জন; [৩০] ৰামা আৰু গেবাৰ মানুহ ছশ একৈশ জন; [৩১] মিক্‌মচৰ মানুহ এশ বাইশ জন; [৩২] বৈৎ-এল আৰু অয়ৰ মানুহ এশ তেইশ জন; [৩৩] আন নবোৰ মানুহ বাবন্ন জন; [৩৪] আন এলমৰ লোক এক হাজাৰ দুশ চৌবন্ন জন; [৩৫] হাৰীমৰ লোক তিনি শ বিশ জন; [৩৬] যিৰীহোৰ লোক তিনি শ পঞ্চল্লিশ জন; [৩৭] লোদ, হাদীদ, আৰু ওনোৰ লোক সাত শ একৈশ জন; [৩৮] চনাৱাৰ সন্তান তিনি হাজাৰ ন শ ত্ৰিশ জন। [৩৯] পুৰোহিতবিলাক; যেচূৱাৰ বংশৰ যিদয়াৰ সন্তান ন শ ত্ৰেসত্তৰ জন; [৪০] ইম্মেৰৰ সন্তান এক হাজাৰ বাবন্ন জন; [৪১] পচ্‌হূৰৰ সন্তান এক হাজাৰ দুশ সাতচল্লিশ জন; [৪২] হাৰীমৰ সন্তান এক হাজাৰ সোতৰ জন। [৪৩] লেবীয়াবিলাক; হোদবাৰ সন্তানবিলাকৰ মাজৰ যেচূৱা আৰু কদ্‌মীয়েলৰ সন্তান চৌসত্তৰ জন। [৪৪] গায়কবিলাক; আচফৰ সন্তান এশ আঁঠচল্লিশ জন। [৪৫] দুৱৰীবিলাক; চল্লুম, আটেৰ, টল্‌মোন, অক্কূব, হটীটা, চোবয়, এইবিলাকৰ সন্তান এশ আঁঠত্ৰিশ জন। [৪৬] নথনীয়াবিলাক; চীহা, হচূফা, টব্বায়োৎ, [৪৭] কেৰোচ, চীয়া, পাদোন, [৪৮] লবানা, হগাবা, চল্‌ময়, [৪৯] হানন, গিদ্দেল, গহৰ, [৫০] ৰায়া, ৰচীন, নকোদা, [৫১] গজ্জম, উজ্জা, পাচেহ, [৫২] বেচয়, মিয়ূনীম, নফূচচীম, [৫৩] বক্‌বুক, হকূফা, হৰ্হূৰ, [৫৪] বচ্‌লীৎ, মহীদা, হৰ্চা, [৫৫] বৰ্কোচ, চীচৰা, তেমহ, [৫৬] নচীহ আৰু হটীফা, এইবিলাকৰ সন্তান। [৫৭] চলোমনৰ বন্দীবিলাকৰ সন্তান: চোটয়, চোফেৰৎ, পৰীদা, [৫৮] যালা, দৰ্কোণ, গিদ্দেল, [৫৯] চফটিয়া, হত্তীল, পোখৰৎ-হচবয়িম, আমোন, এইবিলাকৰ সন্তান। [৬০] নথনীয়াবিলাক আৰু চলোমনৰ বন্দীবিলাকৰ সন্তানবিলাক সৰ্ব্বমোট তিনি শ বিৰানব্বই জন আছিল। [৬১] আৰু তেল-মেলহ, তেলহৰ্চা, কৰূব, অদ্দোন, আৰু ইম্মেৰ, এই-বোৰ ঠাইৰ পৰা অহা লোক এইবিলাক, কিন্তু ইবিলাক ইস্ৰায়েলীয়া মানুহ হয় নে নহয়, সেই বিষয়ে ইবিলাকে আপোন আপোন পিতৃ-বংশ বা গোষ্ঠীৰ প্ৰমাণ দিব নোৱাৰিলে: [৬২] দলায়াৰ সন্তান, টোবিয়াৰ সন্তান, আৰু নকোদাৰ সন্তান ছশ বিয়াল্লিশ জন। [৬৩] আৰু পুৰোহিত-বিলাকৰ সন্তানবিলাকৰ মাজত হবায়া, হক্কোচ, আৰু বৰ্জিল্লয়ৰ সন্তানবিলাক; এই বৰ্জিল্লয়ে গিলিয়দীয়া বৰ্জিল্লয়ৰ জীয়েকহঁতৰ এজনীক বিয়া কৰি, সিহঁতৰ নামেৰেই প্ৰখ্যাত হৈছিল। [৬৪] বংশাৱলিত নাম লিখা লোকবিলাকৰ মাজত ইবিলাকে আপোন আপোন বংশাৱলি-পত্ৰ বিচাৰি নেপালে; এই নিমিত্তে ইবিলাক অশুচি বুলি গণ্য হোৱাত, পুৰোহিত-বাবৰ পৰা ইবিলাকক গুচুউৱা হল। [৬৫] আৰু উৰীম ও তুম্মীমৰ অধিকাৰী এজন পুৰোহিত উৎপন্ন নহয়মানে তিৰ্চাতাই ইবিলাকক পবিত্ৰ বস্তু নেখাবলৈ কলে। [৬৬] গোটেই সমাজ সৰ্ব্বমোট বিয়াল্লিশ হাজাৰ তিনি শ ষাইঠ জন আছিল; [৬৭] তাৰ বাহিৰে সিবিলাকৰ সাত হাজাৰ তিনি শ সাতত্ৰিশ জন বন্দী-বেটী আছিল; আৰু সিবিলাকৰ দুশ পঞ্চল্লিশ জন গায়ক আৰু

গায়িকা আছিল। ৬৮ সিবিলাকর সাত শ ছয়ত্রিশটা ঘোঁরা, দুশ পঞ্চল্লিশটা খছর, ৬৯ চারি শ পঁয়ত্রিশটা উট, আরু ছয় হাজার সাত শ বিশটা গাধ আছিল। ৭০ পাছে পিতৃ-বংশর মূল মানুহবিলাকর মাজত কোনো কোনোৱে সেই কার্য্যর নিমিত্তে দান দিলে; তির্চাতাই ভঁরালত এক হাজার অদর্কোণ সোণ, আরু পঞ্চাশটা তেজ্ঞ পেলোৱা পাত্র, আরু পুরোহিতর নিমিত্তে পাঁচ শ ত্রিশখন বস্ত্র দিলে। ৭১ আরু আন্-চারেক পিতৃ-বংশর মূল মানুহে সেই কামর ধনর ভঁরালত বিশ হাজার অদর্কোণ সোণ, আরু দুই হাজার দুশ মানি রূপ দিলে। ৭২ আরু আন আন লোকবিলাকে বিশ হাজার অদর্কোণ সোণ, আরু দুই হাজার মানি রূপ, আরু পুরোহিতর নিমিত্তে সাতষষ্টিখন বস্ত্র দিলে। ৭৩ পাছে পুরোহিত, লেবীয়া, দুৱরী, গায়ক, আরু আন আন লোকবিলাকে ও নথ-নীয়া-বিলাকে, আরু গোটেই ইস্রায়েলে আপোন আপোন নগরত বাস করিবলৈ ধরিলে।

লোকবিলাকক শিক্ষা দিয়া, আরু পজা-পর্ব্ব পালন করা।

পাছে সপ্তম মাহ পড়িলত, ইস্রায়েলর সন্তান-বিলাক আপোন আপোন নগরত আছিল।

৮ সেই সময়ত সকলো লোকে এজন মানুহ যেন হৈ, জল-দুৱারর আগত থকা মুকলি ঠাই-খনলৈ আহি তাত গোট খালে, আরু ইস্রায়েলর নিমিত্তে যিহোৱাই আদেশ করা মোচির ব্যবস্থা-পুস্তক আনিবলৈ ইজ্রা অধ্যাপকক কলে। ২ তাতে সপ্তম মাহর প্রথম দিনা ইজ্রা পুরোহিতে সমাজর আগলৈ, স্ত্রী পুরুষ আদি যিমান মানুহে শুনি বুজিব পারে, সিবিলাকর ওচরলৈ সেই পুস্তক আনিলে। ৩ আরু জল-দুৱারর আগত থকা মুকলি ঠাইখনত, স্ত্রী পুরুষ আদি যিমান লোকে শুনি বুজিব পারিলে, সিবিলাকর আগত তেওঁ রাতিপুৱারে পরা দুপরলৈকে তাক পাঠ করিলে; তাতে সকলো লোকে ব্যবস্থা-পুস্তকর কথা শুনিবলৈ কাণ পাতি আছিল। ৪ ইজ্রা অধ্যাপক, সেই কার্য্যর নিমিত্তে সজা কাঠর এখন মঞ্চর ওপরত থিয় হল, আরু তেওঁর ওচরত সোঁফালে মত্তিথিয়া, চেমা, অনায়া, উরিয়া, হিল্কিয়া, আরু মাচেয়া, আরু বাঁও-ফালে পদায়া, মীচায়েল, মল্কিয়া, হাচুম, হচ্-বদ্দানা, জখরিয়া, আরু মচুল্লম থিয় হল। ৫ তার পাছে ইজ্রাই সকলো লোকে দেখাকৈ, (কিয়নো তেওঁ আটাই লোকতকৈ ওখত থিয় হৈ আছিল;) পুস্তকখনি মেলিলে; তেওঁ পুস্তকখনি মেলামাত্রে সকলো লোক উঠি ঠিয় হল। ৬ পাছে ইজ্রাই মহান ঈশ্বর যিহোৱার ধন্যবাদ করিলে। তাতে সকলো লোকে হাত দাঙি উত্তর করি, সেই দরে হওক, সেই দরে হওক বুলি কলে, আরু মূর দোঁৱাই মাটিত মুখ দি যিহোৱার আগত প্রণিপাত করিলে। ৭ আরু যেচুৱা, বানী, চেরেবিয়া, যামীন, অক্কুব, চব্বথয়, হোদিয়া, মাচেয়া, কলীটা, অজরিয়া, যোজাবদ, হানন, পলায়া, আরু লেবীয়াবিলাকে লোকবিলাকক ব্যবস্থা-পুস্তকখনির অর্থ বুজাই দিলে, আরু লোকবিলাক আপোন আপোন ঠাইত থিয় হৈ আছিল। ৮ এই রূপে সিবিলাকে স্পষ্টকৈ উচ্চারণ করি ঈশ্বরর ব্যবস্থা-পুস্তক পাঠ করিলে, আরু লোকবিলাকে বুজিব পরাকৈ তার অর্থ উলিয়াই দিলে। ৯ আরু নহিমিয়া তির্চাতা, অধ্যাপক ইজ্রা পুরোহিত, আরু লোকবিলাকর শিক্ষক লেবীয়াবিলাকে সকলো লোকবিলাকক কলে, আজি তোমালোকর ঈশ্বর যিহোৱার উদ্দেশে পবিত্র দিন; তোমালোকে শোক নকরিবা আরু নেকান্দিবা। কিয়নো ব্যবস্থা-পুস্তকর বাক্য শুনি সকলো লোকে কান্দিছিল। ১০ তেতিয়া তেওঁ সিবিলাকক কলে, যোৱা, তেলীয়া বস্তু ভোজন করা, আরু মিঠা রস পান করা, আরু যার নিমিত্তে একো যুগুত নাই, তালৈ ভাগ পঠাই দিয়া; কিয়নো আজি আমার প্রভুর উদ্দেশে পবিত্র দিন; তোমালোকে দুঃখ নকরিবা, কারণ যিহোৱাত যি আনন্দ সেয়েই তোমালোকর শক্তি। ১১ এই দরে লেবীয়া-বিলাকে লোকবিলাকক শান্ত করি কলে, মনে মনে থাকা, কিয়নো আজি পবিত্র দিন; তোমালোকে দুঃখ নকরিবা। ১২ তেতিয়া সকলো লোকবিলাকে আপোনাবিলাকলৈ প্রকাশ করা বাক্য বুজি, খোৱাবোৱা করিবলৈ, ভাগ পঠা-

বলৈ, আৰু অতিশয় আনন্দ কৰিবলৈ আপোন আপোন বাটে গল।

[16] পাছে দ্বিতীয় দিনা সকলো লোকৰ পিতৃবংশৰ মূল মানুহ, পুৰোহিত, আৰু লেবীয়াবিলাকে ব্যৱস্থাৰ বাক্য মন দি শুনিবলৈ, ইজ্ৰা অধ্যাপকৰ ওচৰলৈ আহি গোট খালে। [14] তাতে সিবিলাকে, ব্যৱস্থাত লিখা মোচিৰ দ্বাৰায় যিহোৱাই আদেশ কৰা এই আজ্ঞা পালে, যে, ইস্ৰায়েলৰ সন্তানবিলাক সপ্তম মাহৰ পৰ্ব্বৰ কালত পজাত থাকিব লাগে; [15] আৰু আপোনাবিলাকৰ সকলো নগৰত আৰু যিৰূচালেমত সিবিলাকে এই কথা ঘোষণা আৰু প্ৰচাৰ কৰিব লাগে, যে, তোমালোকে এই লিখাৰ দৰে পজা সাজিবৰ নিমিত্তে পৰ্ব্বতলৈ গৈ জিতবৃক্ষৰ আৰু বনৰীয়া জিতবৃক্ষ ও মেন্দি গছৰ ঠাল, খাজুৰ পাত, আৰু ঘনপতীয়া গছৰ ঠাল আনাগৈ। [16] তাতে লোকবিলাকে ওলাই গৈ সেইবোৰ আনি আপোনাবিলাকৰ নিমিত্তে পজা সাজিলে, সিবিলাকৰ কেতবিলাকে আপোন আপোন ঘৰৰ চালত, কেতবিলাকে আপোন আপোন চোঁতালত, কেতবিলাকে ঈশ্বৰ গৃহৰ চোঁতাল কেইখনত, কেতবিলাকে জল-দুৱাৰৰ সম্মুখৰ মুকলি ঠাইখনত, আৰু কেতবিলাকে ইফ্ৰয়িমৰ দুৱাৰৰ সম্মুখৰ মুকলি ঠাইখনত সাজিলে। [17] এই ৰূপে বন্দী-অৱস্থাৰ পৰা উলটি অহা লোকবিলাকৰ গোটেই সমাজে পজা সাজি তাত বাস কৰিলে; কিয়নো নূনৰ পুত্ৰ যেচূৱাৰ দিনৰে পৰা সেই দিনলৈকে ইস্ৰায়েলৰ সন্তানবিলাকে সেই ৰূপে কৰা নাছিল; সেই উৎসৱত মহা-আনন্দ হল। [18] আৰু তেওঁ প্ৰথম দিনৰে পৰা শেষৰ দিনলৈকে দিনে দিনে ঈশ্বৰৰ ব্যৱস্থা-পুস্তক পাঠ কৰিলে। সিবিলাকে সাত দিন পৰ্ব্ব পালন কৰিলে; আৰু বিধি অনুসাৰে অষ্টম দিনা ধৰ্ম্মসভা হল।

### পাপ-স্বীকাৰ আৰু নিয়ম-স্থাপন।

**৯** তাৰ পাছে সেই মাহৰ চব্বিশ দিনৰ দিনা ইস্ৰায়েলৰ সন্তানবিলাকে লঘোন দি, চট কাপৰ পিন্ধি, আৰু মূৰত মাটি লৈ গোট খালে। [2] আৰু ইস্ৰায়েল-বংশই সকলো পৰজাতীয়বিলাকৰ পৰা আপোনাবিলাকক পৃথক কৰি, থিয় হৈ আপোন আপোন পাপ, আৰু আপোনাবিলাকৰ পূৰ্ব্বপুৰুষবিলাকৰ অপৰাধ স্বীকাৰ কৰিলে। [3] আৰু সিবিলাকে আপোন আপোন ঠাইত থিয় হৈ, সেই দিনৰ চাৰি ভাগৰ এভাগ আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ ব্যৱস্থা-পুস্তকখনি পাঠ কৰিলে, আৰু দিনৰ চাৰি ভাগৰ আন এভাগ আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ আগত পাপ স্বীকাৰ কৰি প্ৰণিপাত কৰিলে। [4] আৰু যেচূৱা, বানী, কদ্মীয়েল, চবনিয়া, বুন্নী, চেৰেবিয়া, বানী, আৰু কনানী, ইবিলাকে লেবীয়াবিলাকৰ নিমিত্তে সজা চাং-খনত থিয় হৈ, আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ আগত বৰ মাতেৰে স্তুতিগান কৰিলে। [5] পাছে যেচূৱা, কদ্মীয়েল, বানী, হচবনিয়া, চেৰেবিয়া, হোদিয়া, চবনিয়া, আৰু পথহিয়া, এইবিলাক লেবীয়া মানুহে কলে, তোমালোক উঠা, যি জনা অনাদি কালৰে পৰা অনন্ত কাললৈকে থাকে, তোমালোকৰ সেই ঈশ্বৰ যিহোৱাৰ ধন্যবাদ কৰা; সকলো ধন্যবাদ ও প্ৰশংসাতকৈ উন্নত তোমাৰ সেই গৌৰৱান্বিত নাম আশীৰ্ব্বাদিত হওক। [6] তুমি, কেৱল তুমিয়েই যিহোৱা; তুমিয়েই স্বৰ্গ আৰু স্বৰ্গৰো স্বৰ্গ আৰু তাৰ সকলো বাহিনীক, পৃথিবী আৰু তাত থকা সকলোকে, আৰু সমুদ্ৰ ও তাত থকা সকলোকে স্ৰজন কৰিলা, আৰু তুমিয়েই সেইবোৰ নষ্ট নোহোৱাকৈ ৰাখিছা; আৰু আকাশ-মণ্ডলৰ বাহিনীবিলাকে তোমাৰেই আগত সেৱা কৰে। [7] যি জনাই অব্ৰামক মনোনীত কৰি কল্দিয়া দেশৰ উৰৰ পৰা উলিয়াই আনি তেওঁৰ নাম অব্ৰাহাম ৰাখিছিল, [8] আৰু আপোনাৰ আগত তেওঁৰ মন বিশ্বাসী পাই, হিত্তীয়া, ইমোৰীয়া, পৰিজ্জীয়া, যিবূচীয়া, আৰু গিৰ্গাচীয়া, এই কনানীয়া লোকবিলাকৰ দেশ দিবলৈ, তেওঁৰ বংশকেই দিবলৈ তেওঁৰ লগত এটী নিয়ম পাতিছিল, তুমিয়েই সেই ঈশ্বৰ যিহোৱা; আৰু তুমি আপোন বাক্য পালন কৰিলা, কিয়নো তুমি ধৰ্ম্মময়। [9] তুমি মিচৰত আমাৰ ওপৰ-পিতৃবিলাকৰ দুঃখলৈ দৃষ্টি কৰিছিলা, আৰু চুক সাগৰৰ কোষত সিবিলাকৰ কাতৰোক্তি শুনিছিলা, [10] আৰু ফৰৌণক, তেওঁৰ

সকলো দাসবিলাকক, আৰু তেওঁৰ দেশৰ সকলো প্ৰজাবিলাকক চিন আৰু অদ্ভুত লক্ষণ দেখুৱাইছিলা; কিয়নো মিচৰীয়াবিলাকে সিবিলাকৰ বিৰুদ্ধে যে গৰ্ব্ব-আচৰণ কৰিছিল, তাক তুমি জানিছিলা; তাতে তুমি আজিৰ নিচিনাকৈ নিজৰ নিমিত্তে তোমাৰ নাম স্থাপন কৰিলা। [১১] আৰু তুমি সিবিলাকৰ আগত সমুদ্ৰক দুভাগ কৰিছিলা, তাতে সিবিলাক সমুদ্ৰৰ মাজেদি শুকান বাটে চলিল; কিন্তু সিবিলাকৰ পাছত খেদি অহাবোৰক হলে, প্ৰবল জলত শিল পেলোৱা নিচিনাকৈ, তুমি গভীৰ জলত পেলালা। [১২] তাৰ বাহিৰে তুমি দিনত মেঘ-স্তম্ভৰ দ্বাৰায়, আৰু সিবিলাক যাব লগীয়া বাটত পোহৰ কৰিবৰ নিমিত্তে ৰাতি অগ্নি-স্তম্ভৰ দ্বাৰায় সিবিলাকক গমন কৰালা। [১৩] তুমি চীনয় পৰ্ব্বতৰ টিঙলৈ নামি আহি আকাশৰ পৰা সিবিলাকে সৈতে কথাবাৰ্ত্তা হৈ যথাৰ্থ শাসন-প্ৰণালী ও সত্য ব্যৱস্থাবোৰ, আৰু উত্তম বিধি ও আজ্ঞাবোৰ সিবিলাকক দিলা; [১৪] তোমাৰ পবিত্ৰ বিশ্ৰাম-বাৰ সিবিলাকক জনালা; তোমাৰ দাস মোচিৰ দ্বাৰায় সিবিলাকক আজ্ঞা ও বিধিবোৰ, আৰু এখন ব্যৱস্থা দিলা; [১৫] আৰু সিবিলাকৰ ভোক গুচাবৰ নিমিত্তে আকাশৰ পৰা সিবিলাকক আহাৰ দিলা, সিবিলাকৰ পিয়াহ গুচাবলৈ সিবিলাকৰ নিমিত্তে শিলটীৰ পৰা পানী উলিয়ালা, আৰু তুমি সিবিলাকক যি দেশ দিবলৈ হাত দাঙি শপথ কৰিছিলা, তাক অধিকাৰ কৰিবৰ অৰ্থে তাৰ মাজত সোমাবলৈ আজ্ঞা দিলা। [১৬] তথাপি সিবিলাকে, অৰ্থাৎ আমাৰ পূৰ্ব্বপুৰুষবিলাকে গৰ্ব্ব-আচৰণ কৰিলে, আপোন আপোন ডিঙি ঠৰ কৰিলে, তোমাৰ আজ্ঞাবোৰলৈ কাণ নিদিলে, কথা শুনিবলৈ অমান্তি হল, [১৭] সিবিলাকৰ মাজত কৰা তোমাৰ আশ্চৰিত কাৰ্য্যলৈ মন নকৰিলে, আৰু আপোন আপোন ডিঙি ঠৰ কৰি আপোনাবিলাকৰ বন্দী-অৱস্থালৈ উলটি যাবৰ নিমিত্তে বিদ্ৰোহ-আচৰণ কৰি এজন সেনাপতি নিযুক্ত কৰিলে; কিন্তু তুমি ক্ষমাবান ঈশ্বৰ, কৃপাময়, আৰু অনুগ্ৰহেৰে পৰিপূৰ্ণ, ক্ৰোধত ধীৰ আৰু দয়াত মহান, এই নিমিত্তে তুমি সিবিলাকক ত্যাগ নকৰিলা। [১৮] এনে কি, সিবিলাকে যেতিয়া সাঁচত ঢালি এটা দামুৰি নিৰ্ম্মাণ কৰি, মিচৰৰ পৰা তোমাক উলিয়াই অনা তোমাৰ ঈশ্বৰ এইয়া, এই বুলি কৈ বড় অপমানৰ কাৰ্য্য কৰিলে, [১৯] তেতিয়াও তোমাৰ অধিক দয়াৰ গুণে তুমি অৰণ্যত সিবিলাকক ত্যাগ নকৰিলা; আৰু সিবিলাকক বাটত লৈ যাবলৈ দিনত মেঘ-স্তম্ভ, আৰু সিবিলাক যাব লগীয়া বাটত পোহৰ কৰিবলৈ ৰাতি অগ্নি-স্তম্ভ সিবিলাকৰ ওপৰৰ পৰা নগল। [২০] তুমি শিক্ষা দিবৰ নিমিত্তে তোমাৰ মঙ্গলময় আত্মা সিবিলাকক দান কৰিলা, আৰু সিবিলাকৰ মুখৰ পৰা তোমাৰ মান্না তুমি আটক নকৰিলা, আৰু সিবিলাকৰ পিয়াহ গুচাবলৈ সিবিলাকক পানী দিলা। [২১] এনে কি, তুমি চল্লিশ বছৰলৈকে অৰণ্যত সিবিলাকক প্ৰতিপালন কৰিলা; সিবিলাকৰ একোৰো অভাৱ নহল; সিবিলাকৰ কাপৰ পুৰণী হৈ ফাটি নগল, আৰু সিবিলাকৰ ভৰিত পানীজলা নুফুটিল। [২২] তাত বাজে তুমি নানা ৰাজ্য আৰু নানা জাতি সিবিলাকত সমৰ্পণ কৰি সকলো ফালে সিবিলাকক দেশ ভাগ বাঁটি দিলা; এই ৰূপে সিবিলাকে চীহোনৰ দেশ অৰ্থাৎ হিচ্‌বোনৰ ৰজাৰ দেশ, আৰু বাচানৰ ওগ ৰজাৰ দেশ অধিকাৰ কৰিলে। [২৩] আৰু তুমি সিবিলাকৰ সন্তানবিলাকক আকাশ-মণ্ডলৰ তৰাবোৰৰ নিচিনা বহুসংখ্যক কৰিলা, আৰু সিবিলাকে সোমাই অধিকাৰ কৰোক বুলি, সিবিলাকৰ ওপৰ-পিতৃবিলাকৰ আগত যি দেশৰ বিষয়ে অঙ্গীকাৰ কৰিছিলা, সেই দেশৰ ভিতৰলৈ সিবিলাকক আনিলা। [২৪] এই ৰূপে সিবিলাকৰ সন্তানবিলাকে সেই দেশত সোমাই তাক অধিকাৰ কৰিলে, আৰু তুমি সেই দেশ-নিবাসী কনানীয়াইতক সিবিলাকৰ বশীভূত কৰিলা, আৰু সিইঁতলৈ যি ইচ্ছা তাকে কৰিবলৈ, সিইঁতক, সিইঁতৰ ৰজাবিলাকক, আৰু দেশত থকা আটাই জাতিবিলাকক সিবিলাকৰ হাতত সোধাই দিলা। [২৫] তাতে সিবিলাকে গড়েৰে আবৃত নগৰবোৰ আৰু এখন উৰ্ব্বৰা দেশ ললে, আৰু সকলো উত্তম বস্তুৰে ভৰি থকা ঘৰ, খনা নাদ, দ্ৰাক্ষাবাৰী, জিতবাৰী, আৰু গুটি লগা অনেক গছ অধিকাৰ কৰিলে; আৰু সিবিলাকে

খাই-বৈ তৃপ্ত হল, হৃষ্টপুষ্ট হল, আৰু তুমি কৰা মহামঙ্গলত আনন্দ কৰিলে। [২৬] তথাপি সিবিলাকে অবাধ্য হৈ তোমাৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ কৰিলে, তোমাৰ ব্যৱস্থা পাছফাললৈ পেলালে; তোমাৰ যি ভাববাদীবিলাকে তোমালৈ সিবিলাকক ঘূৰাই আনিবৰ নিমিত্তে সিবিলাকৰ বিৰুদ্ধে সাক্ষ্য দিছিল, তেওঁবিলাকক বধ কৰিলে, আৰু অতিশয় অপমানৰ কাৰ্য্য কৰিলে। [২৭] এই হেতুকে তুমি সিবিলাকক শক্ৰবোৰৰ হাতত সোধাই দিলা; তাতে সিহঁতে সিবিলাকক দুঃখ দিলে। পাছে সিবিলাকৰ দুঃখৰ সময়ত সিবিলাকে তোমাৰ আগত কাতৰোক্তি কৰিলত, তুমি স্বৰ্গৰ পৰা তাক শুনিলা, আৰু তোমাৰ অধিক কৃপাৰ গুণে সিবিলাকক নিস্তাৰকৰ্ত্তাবিলাক দিলা; তাতে সেই নিস্তাৰকৰ্ত্তাবিলাকে শক্ৰবোৰৰ হাতৰ পৰা সিবিলাকক নিস্তাৰ কৰিলে। [২৮] তথাপি জিৰণি পোৱাৰ পাছে সিবিলাকে আকৌ তোমাৰ সাক্ষাতে কু-আচৰণ কৰিলে; এই হেতুকে তুমি সিবিলাকক শত্ৰুৰ হাতত সোধাই দিলা, তাতে সেই শক্ৰবোৰে সিবিলাকৰ ওপৰত শাসন কৰিলে; কিন্তু সিবিলাকে ঘূৰি তোমাৰ আগত কাতৰোক্তি কৰিলত, তুমি স্বৰ্গৰ পৰা তাক শুনিলা, আৰু তোমাৰ কৃপাৰ গুণে অনেকবাৰ সিবিলাকক উদ্ধাৰ কৰিলা; [২৯] আৰু তোমাৰ ব্যৱস্থালৈ সিবিলাকক ঘূৰাই আনিবৰ নিমিত্তে সিবিলাকৰ বিৰুদ্ধে সাক্ষ্য দিলা; তথাপি সিবিলাকে গৰ্ব্ব-আচৰণ কৰি তোমাৰ আজ্ঞাবোৰলৈ কাণ নিদিলে, কিন্তু যি যি পালন কৰিলে মানুহ জীয়ে, তোমাৰ সেই সকলো শাসনৰ বিৰুদ্ধে পাপ কৰিলে, আৰু কান্ধ আঁতৰাই ডিঙি ঠৰ কৰি কথা নুশুনিলে। [৩০] তথাপি তুমি অনেক বছৰ সিবিলাকক সহিলা, আৰু তোমাৰ ভাববাদীবিলাকত থকা তোমাৰ আত্মাৰ দ্বাৰায় সিবিলাকৰ বিৰুদ্ধে সাক্ষ্য দিলা; কিন্তু সিবিলাকে কাণ নিদিলে; এই কাৰণে তুমি সিবিলাকক নানা দেশীয় জাতিবিলাকৰ হাতত সোধাই দিলা। [৩১] তথাপি তোমাৰ অধিক কৃপাৰ গুণে তুমি সিবিলাকক সম্পূৰ্ণকৈ শেষ নকৰিলা, আৰু ত্যাগ নকৰিলা; কিয়নো তুমি দয়ালু আৰু কৃপাময়। [৩২] এই হেতুকে হে আমাৰ ঈশ্বৰ, হে দয়া আৰু নিয়মটী ৰক্ষা কৰোঁতা মহান, পৰাক্ৰমী, আৰু ভয়ানক ঈশ্বৰ, অচূৰীয়া ৰজাবিলাকে ৰাজত্ব কৰা কালৰে পৰা আজিলৈকে আমালৈ, আৰু আমাৰ ৰজা, অধ্যক্ষ, পুৰোহিত, ভাববাদী, আমাৰ পূৰ্ব্বপুৰুষ, আৰু তোমাৰ প্ৰজাবিলাকলৈ যিমান দুঃখ হৈছিল, সেই সকলো তোমাৰ দৃষ্টিত সৰু যেন বোধ নহওক। [৩৩] তথাপি আমালৈ ঘটা এই সকলোতে তুমি ন্যায়বান, কিয়নো তুমি সত্য ব্যৱহাৰ কৰিলা; [৩৪] কিন্তু আমি হলে দুষ্কৰ্ম্ম কৰিলোঁ; আৰু আমাৰ ৰজা, অধ্যক্ষ, পুৰোহিত, আৰু পূৰ্ব্বপুৰুষবিলাকে তোমাৰ ব্যৱস্থা পালন নকৰিলে; আৰু তোমাৰ আজ্ঞাবোৰলৈ, আৰু তুমি সিবিলাকৰ অহিতে দিয়া তোমাৰ সাক্ষ্যবোৰলৈ কাণ নিদিলে। [৩৫] কিয়নো সিবিলাকে ৰাজ্য ভোগ কৰোঁতে, তুমি সিবিলাকক দিয়া অধিক মঙ্গল ভোগ কৰোঁতে, আৰু তুমি সিবিলাকৰ হাতত সোধাই দিয়া বৃহৎ আৰু উৰ্ব্বৰা দেশত থাকোঁতে তোমাক সেৱাভক্তি নকৰিলে, আৰু আপোনাবিলাকৰ নানা দুষ্টতা ত্যাগ নকৰিলে। [৩৬] দেখা, বৰ্ত্তমানে আমি বন্দী, ফল আৰু উত্তম বস্তু ভোগ কৰিবলৈ আমাৰ ওপৰ-পিতৃবিলাকক যি দেশ দিছিলা, দেখা, আমি সেই দেশতেই বন্দী। [৩৭] তুমি আমাৰ পাপৰ কাৰণে আমাৰ ওপৰত নিযুক্ত কৰা ৰজাবিলাকলৈ সেই দেশে বহু শস্য উৎপন্ন কৰে; আৰু সিবিলাকে আমাৰ শৰীৰৰ ওপৰত, আৰু আমাৰ পশুবোৰৰ ওপৰত ইচ্ছামতে ক্ষমতা চলায়, আৰু আমি বৰ দুঃখত আছোঁ। [৩৮] এই সকলো হোৱাতো আমি এটী বিশ্বসনীয় নিয়ম কৰি লিখিম, আৰু তাত আমাৰ অধ্যক্ষবিলাকৰ, লেবীয়া লোকবিলাকৰ, আৰু পুৰোহিতবিলাকৰ মোহৰ থাকিব।

**১০** যিবিলাকৰ মোহৰ আছিল, সিবিলাক এই। হখলিয়াৰ পুত্ৰ নহিমিয়া তিৰ্চাতা, চিদিকিয়া, [২] চৰায়া, অজৰিয়া, যিৰিমিয়া, [৩] পচ্‌হুৰ, অমৰিয়া, মল্কিয়া, [৪] হত্তুচ, চবনিয়া, মল্লুক, [৫] হাৰীম, মৰেমোৎ, ওবদিয়া, [৬] দানিয়েল, গিন্নথোন, বাৰুক, [৭] মচুল্লম, অবিয়া, মিয়ামীন,

[৮] মাজিয়া, বিল্গয়, আৰু চময়া, এইবিলাক পুরোহিত; [৯] লেবীয়া লোক অজনিয়ার পুত্র যেচূবা, হেনাদদর সন্তান বিন্নূই, কদমীয়েল, [১০] আৰু সিবিলাকর ভাই চবনিয়া, হোদিয়া, কলীটা, পলায়া, হানন, [১১] মীখা, রহোব, হচবিয়া, [১২] জক্কুর, চেরেবিয়া, চবনিয়া, [১৩] হোদিয়া, বানী, বনীনূ; [১৪] আৰু প্রজাবিলাকর মাজর মূল মানুহ পরিয়োচ, পহৎ-মোৱাব, এলম, জত্তূ, বানী, [১৫] বুন্নী, অজ্গদ, বেবয়, [১৬] অদোনিয়া, বিগ্বয়, আদীন, [১৭] আটের, হিষ্কিয়া, অজ্জূর, [১৮] হোদিয়া, হাচুম, বেচয়, [১৯] হারীফ, অনাথোৎ, নোবয়, [২০] মগ্পীয়চ, মচুল্লম, হেজীর, [২১] মচেজবেল, চাদোক, যদ্দূৱা, [২২] পল্টিয়া, হানন, অনায়া, [২৩] হোচেয়া, হননিয়া, হচ্চূব, [২৪] হল্লোহেচ, পিল্হা, চোবেক, [২৫] রহূম, হচব্না, মাচেয়া, [২৬] অহিয়া, হানন, আনন, [২৭] মল্লূক, হারীম, আৰু বানা। [২৮] পাছে প্রজাবিলাকর অৱশিষ্ট ভাগ, পুরোহিত, লেবীয়া, দুৱরী, গায়ক, আৰু নথনীয়াবিলাক আদি করি যিমান মানুহে নানা দেশীয় জাতিবিলাকর পরা আপোনাবিলাকক পৃথক করি ঈশ্বরর ব্যৱস্থার ফলীয়া হল, সিবিলাক, সিবিলাকর তিরুতাবিলাক, লরা-ছোৱালীবিলাক, অর্থাৎ জ্ঞান আৰু সদ্বিবেচনা থকা সকলো মানুহে [২৯] আপোনাবিলাকর ভাই প্রধান লোকবিলাকত আসক্ত হল, আৰু শাও ও শপথেরে এই প্রতিজ্ঞা করিলে, যে, ঈশ্বরর দাস মোচিয়ে দিয়া ঈশ্বরর ব্যৱস্থা অনুসারে আমি আচরণ করিম, আৰু আমার প্রভু যিহোৱার আটাই আজ্ঞা, তেওঁর শাসন-প্রণালী, আৰু বিধিবোর পালন করি সেই মতে কার্য্য করিম; [৩০] আৰু দেশীয় মানুহবিলাকর লগত আমার জিয়ারীবিলাক বিয়া নিদিম, আৰু আমার পোঁইতলৈ সিহঁতর জিয়ারীবিলাক নানিম; [৩১] আৰু দেশীয় মানুহবিলাকে বিশ্রাম-বারে কোনো দ্রব্য নাইবা খোৱা বস্তু বেচিবলৈ আনিলে, আমি বিশ্রামবারে, বা আন পবিত্র দিনত সিহঁতর পরা তাক নিকিনিম, আৰু সপ্তম বছরত ক্ষেতি এরি দিম, আৰু ধার আদায় নকরিম। [৩২] আৰু আমার ঈশ্বর যিহোৱার গৃহর কার্য্যর অর্থে, [৩৩] অর্থাৎ দর্শন-পিঠা, নিত্য ভক্ষ্য নৈবেদ্য, নিত্য হোম-বলি, আৰু বিশ্রাম-বারর, ন জোনর, আৰু পর্ব্ববোরর বলি, পবিত্র বস্তু, আৰু ইস্রায়েলক প্রায়শ্চিত্ত করিবর অর্থে পাপার্থক বলি দিয়া আদি আমার ঈশ্বরর গৃহর সকলো কার্য্যর নিমিত্তে বছরে বছরে এক এক চেকলর তিনি ভাগর একভাগ দান দিয়ার ভার আমার ওপরত লবলৈ আমি নিয়ম করিলোঁ। [৩৪] আৰু খরি যোগোৱার বিষয়ে, অর্থাৎ ব্যৱস্থাত লিখার দরে, আমার ঈশ্বর যিহোৱার যজ্ঞবেদির ওপরত জলাবর নিমিত্তে, আমার পিতৃ-বংশ অনুসারে বছরে বছরে নিরূপণ করা কালত আমার ঈশ্বরর গৃহলৈ খরি অনা কথাত আমি পুরোহিত, লেবীয়া, আৰু প্রজাবিলাকে চিঠি খেলালোঁ। [৩৫] আৰু আমার মাটিত উৎপন্ন হোৱা শস্যর আগ ভাগ আৰু সকলো প্রকার গছর গুটির আগ ভাগ বছরে বছরে যিহোৱার গৃহলৈ আনিবলৈ, [৩৬] আৰু ব্যৱস্থাত লিখার দরে, আমার প্রথমে জন্মা পুত্র, আৰু প্রথমে জগা পশু, আমার গরু, মের, আৰু ছাগলীর জাকবোরর প্রথমে জগাবোর ঈশ্বরর গৃহলৈ, আমার ঈশ্বরর গৃহর পরিচর্য্যা করোঁতা পুরোহিতবিলাকর ওচরলৈ আনিবলৈ, [৩৭] আৰু আমার খরচিয়া আটাগুড়ির আগ ভাগ, উত্তোলনীয় উপহার, আৰু আটাই বিধ গছর গুটি, দ্রাক্ষারস, তেল, এইবোর আমার ঈশ্বরর গৃহর কোঁঠালীলৈ পুরোহিতবিলাকর গুরিলৈ আনিবলৈ, আৰু আমার মাটিত উৎপন্ন হোৱা শস্যর দশম ভাগ লেবীয়াবিলাকর ওচরলৈ (কিয়নো আমার ক্ষেতি থকা সকলো নগরত লেবীয়াবিলাকেই দশম ভাগ আদায় করে;) আনিবলৈ আমি নিয়ম করিলোঁ। [৩৮] আৰু লেবীয়াবিলাকে দশম ভাগ আদায় করা কালত হারোণর সন্তান কোনো এজন পুরোহিত লেবীয়াবিলাকর লগত থাকিব; আৰু লেবীয়াবিলাকে দশম ভাগর দশম ভাগ আমার ঈশ্বরর গৃহলৈ ভঁরালর কোঁঠালীবোরলৈ আনিব। [৩৯] কিয়নো য'ত পবিত্রস্থানর বস্তুবোর, পরিচর্য্যা করোঁতা পুরোহিতবিলাক, আৰু দুৱরী ও গায়কবিলাক থাকে, সেই কোঁঠালীবোরলৈহে ইস্রায়েলর সন্তানবিলাকে আৰু লেবীর সন্তানবিলাকে শস্যর, দ্রাক্ষারসর, আৰু তেলর উত্তোলনীয় উপ-

হাৰ আনিব ; আৰু আমাৰ ঈশ্বৰৰ গৃহ আমি ত্যাগ নকৰিম।

যিৰূচালেম আদি নগৰ-নিবাসী যিহূদীবিলাকৰ তালিকা।

**১১** আৰু লোকবিলাকৰ অধ্যক্ষবিলাকে যিৰূচালেমত বাস কৰিলে ; কিন্তু অৱশিষ্ট লোকবিলাকে, পবিত্ৰ নগৰ যিৰূচালেমত বাস কৰিবলৈ দহ জনৰ মাজৰ এজনক ভাত খবৰ নিমিত্তে, আৰু আন ন জনক আন আন নগৰত থাকিবলৈ দিবৰ নিমিত্তে চিঠি খেলালে। ২ আৰু যি মানুহবিলাকে আপোন ইচ্ছাৰে যিৰূচালেমত বাস কৰিবলৈ ওলাল, সিবিলাকক লোকবিলাকে আশীৰ্ব্বাদ কৰিলে। ৩ প্ৰদেশৰ যি যি প্ৰধান মানুহবিলাকে যিৰূচালেমত বাস কৰিলে, সিবিলাক এই ; কিন্তু যিহূদাৰ নানা নগৰত লোকবিলাকে, অৰ্থাৎ ইস্ৰায়েল, পুৰোহিতবিলাক, লেবীয়াবিলাক, নথনীয়াবিলাক, আৰু চলোমনৰ দাসবিলাকৰ সন্তানবিলাকে প্ৰতিজনে আপোন আপোন আধিপত্যৰ নগৰত বাস কৰিলে। ৪ আৰু যিহূদাৰ সন্তানবিলাকৰ মাজৰ, আৰু বিন্যামীনৰ সন্তানবিলাকৰ মাজৰ কেতবিলাক লোকে যিৰূচালেমত বাস কৰিলে। যিহূদাৰ সন্তানবিলাকৰ মাজত উজ্জিয়াৰ পুত্ৰ অথায়া, সেই উজ্জিয়া জখৰিয়াৰ পুত্ৰ, জখৰিয়া অমৰিয়াৰ পুত্ৰ, অমৰিয়া চফটিয়াৰ পুত্ৰ, চফটিয়া মহললেলৰ পুত্ৰ, তেওঁ পেৰচৰ সন্তানবিলাকৰ মাজৰ এজন ; ৫ আৰু বাৰূকৰ পুত্ৰ মাচেয়া, সেই বাৰূক কল্‌-হোজিৰ পুত্ৰ, কল্‌-হোজি হজায়াৰ পুত্ৰ, হজায়া অদায়াৰ পুত্ৰ, অদায়া যোয়াৰীবৰ পুত্ৰ, যোয়াৰীব জখৰিয়াৰ পুত্ৰ, জখৰিয়া এজন চীলোনীয়াৰ পুত্ৰ ; ৬ যিৰূচালেম-নিবাসী পেৰচৰ সন্তান সৰ্ব্বমোট চাৰি শ আঁঠৈষষ্টি জন বীৰপুৰুষ আছিল। ৭ আৰু বিন্যামীনৰ সন্তানবিলাকে এই ; মচুল্লমৰ পুত্ৰ চল্লূ, সেই মচুল্লম যোৱেদৰ পুত্ৰ, যোৱেদ পদায়াৰ পুত্ৰ, পদায়া কোলায়াৰ পুত্ৰ, কোলায়া মাচেয়াৰ পুত্ৰ, মাচেয়া ঈথীয়েলৰ পুত্ৰ, ঈথীয়েল যিচয়াৰ পুত্ৰ ; ৮ তেওঁৰ পাছত গব্বয় চল্লয় ন শ আঁঠাইশ জন লোক ; ৯ আৰু জিখ্ৰীৰ পুত্ৰ যোৱেল সিবিলাকৰ অধ্যক্ষ আছিল ; আৰু হচ্চনূৱাৰ পুত্ৰ যিহূদা নগৰৰ ওপৰত দ্বিতীয় অধ্যক্ষ আছিল। ১০ পুৰোহিতবিলাকৰ মাজত এই এই লোক ; যোয়াৰীবৰ পুত্ৰ যিদয়া, যাখীন ; ১১ আৰু হিল্কিয়াৰ পুত্ৰ ঈশ্বৰৰ গৃহৰ অধ্যক্ষ চৰায়া, সেই হিল্কিয়া মচুল্লমৰ পুত্ৰ, মচুল্লম চাদোকৰ পুত্ৰ, চাদোক মৰায়োতৰ পুত্ৰ, মৰায়োৎ অহীটূবৰ পুত্ৰ ; ১২ আৰু ঈশ্বৰৰ গৃহৰ পৰিচৰ্য্যা কৰোঁতা ইবিলাকৰ ভাই আঁঠ শ বাইশ জন ; আৰু যিহোৰামৰ পুত্ৰ অদায়া, সেই যিহোৰাম পললিয়াৰ পুত্ৰ, পললিয়া অমচীৰ পুত্ৰ, অমচী জখৰিয়াৰ পুত্ৰ, জখৰিয়া পচহূৰৰ পুত্ৰ, পচহূৰ মল্কিয়াৰ পুত্ৰ ; ১৩ আৰু পিতৃ-বংশৰ মূল মানুহ তেওঁৰ ভাই দুশ বিয়াল্লিশ জন ; আৰু ইম্মেৰৰ বৃদ্ধ পৰিনাতি মচিল্লেমোতৰ পৰিনাতি অহজয়ৰ নাতি অজৰেলৰ পুত্ৰ অমচচয়, ১৪ আৰু সিবিলাকৰ ভাই বীৰপুৰুষ এশ আঁঠাইশ জন ; আৰু সিবিলাকৰ অধ্যক্ষ হগ্গদোলীমৰ পুত্ৰ জব্দীয়েল। ১৫ আৰু লেবীয়াবিলাকৰ মাজত বুন্নীৰ বৃদ্ধ পৰিনাতি হচবিয়াৰ পৰিনাতি অজ্ৰীকামৰ নাতি হচ্চূবৰ পুত্ৰ চময়া ; ১৬ আৰু লেবীয়াবিলাকৰ মূল মানুহৰ মাজত ঈশ্বৰৰ গৃহৰ বাহিৰ-কামৰ অধ্যক্ষ চব্বথয় আৰু যোজাবদ ; ১৭ আৰু আচফৰ বংশৰ জব্দীৰ নাতি মীখাৰ পুত্ৰ মত্তনিয়া, তেওঁ প্ৰাৰ্থনাত ধন্যবাদ কৰিবলৈ আৰম্ভ কৰাত প্ৰধান, আৰু তেওঁৰ ভাইবিলাকৰ মাজত বক্‌বুকিয়া দ্বিতীয় ; আৰু যিদূথূনৰ পৰিনাতি গাললৰ নাতি চম্মূৱাৰ পুত্ৰ অব্দা। ১৮ পবিত্ৰ নগৰত থকা লেবীয়াবিলাক সৰ্ব্বমোট দুশ চৌৰাশী জন আছিল। ১৯ আৰু দুৱৰীবিলাক, অৰ্থাৎ অক্কুব, টল্‌মোন, আৰু দুৱাৰবোৰৰ পৰীয়া সিবিলাকৰ ভাই এশ বা-সত্তৰ জন আছিল। ২০ আৰু ইস্ৰায়েলৰ পুৰোহিত ও লেবীয়াবিলাকৰ অৱশিষ্ট থকা লোকবিলাক যিহূদাৰ সকলো নগৰত আপোন আপোন আধিপত্যত থাকিছিল। ২১ কিন্তু নথনীয়াবিলাকে ওফেলত বাস কৰিছিল ; আৰু চীহা ও গিস্পা নথনীয়াবিলাকৰ অধ্যক্ষ আছিল। ২২ আৰু আচফৰ বংশৰ গায়কবিলাকৰ মাজত মীখাৰ বৃদ্ধ পৰিনাতি মত্তনিয়াৰ পৰিনাতি হচবিয়াৰ নাতি বানীৰ পুত্ৰ উজ্জী

ঈশ্বরর গৃহর কার্য্যর বিষয়ে যিরূচালেমত থকা লেবীয়াবিলাকর অধ্যক্ষ আছিল। [২৩] কিয়নো সিবিলাকর বিষয়ে রজার আজ্ঞা আছিল, আরু গায়কবিলাকক প্রতিদিনর খোরাকি দিয়া যায়। [২৪] আরু যিহূদার পুত্র জেরহর বংশর মচেজবেলর পুত্র পথহিয়া লোকবিলাকর সকলো কামর কথাত রজার সোঁ হাতর লোক আছিল। [২৫] গাঁও আরু সেইবোরর পথারর বিষয়ে কবলৈ গলে, যিহূদার সন্তানবিলাকর মাজর কেতবিলাকে কিরিয়ৎ-অর্ব্ব আরু তার উপনগরবোরত, দীবোন আরু তার উপনগরবোরত, যিকব্চেল আরু তার গাঁওবোরত, [২৬] যেচূয়াত, মোলাদাত, বৈৎপেলটত, [২৭] হচর-চূয়ালত, বের-চেবা আরু তার উপনগরবোরত, [২৮] চিক্লগত, মকোনা আরু তার উপনগরবোরত, [২৯] অয়িন-রিম্মোনত, যর্মূতত, [৩০] জানোহত, অদুল্লমত, আরু সেইবোরর গাঁওবোরত, পথারে সৈতে লাখীচত, অজেকা আরু তার উপনগরবোরত বাস করিছিল। এই রূপে সিবিলাকে বের-চেবার পরা হিন্নোমর উপত্যকালৈকে তাম্বু তরি বাস করিছিল। [৩১] আরু বিন্যামীনর সন্তানবিলাকে গেবারে পরা আরম্ভ করি মিক্মচত, অয়াত, বৈৎ-এল আরু তার উপনগরবোরত, [৩২] অনাথোতত, নোবত, অননিয়াত, [৩৩] হাচোরত, রামাত, গিত্তয়িমত, [৩৪] হাদীদত, চবোয়ীমত, নবল্লাটত, [৩৫] লোদত, ওনোত, আরু শিল্প-কর্ম্ম করোঁতাবিলাকর উপত্যকাত বাস করিছিল। [৩৬] আরু লেবীয়াবিলাকর মাজর যিহূদার সম্পর্কীয় নানা পালর কেতবিলাক লোকে বিন্যামীনর লগ ললে।

জরুব্বাবিলর লগত অহাবিলাকর তালিকা। গড় প্রতিষ্ঠা করা।

**১২** চল্টীয়েলর পুত্র জরুব্বাবিলর, আরু যেচূয়ার লগত অহা পুরোহিত আরু লেবীয়াবিলাক এই। চরায়া, যিরিমিয়া, ইজ্রা, [২] অমরিয়া, মল্লূক, হত্তূচ, [৩] চখনিয়া, রহূম, মরেমোৎ, [৪] ইদ্দো, গিন্নথোই, অবিয়া, [৫] মিয়ামীন, মাদিয়া, বিল্গা, [৬] চময়িয়া, যোয়ারীব, যিদয়া, [৭] চল্লূ, আমোক, হিল্কিয়া, আরু যিদয়া; ইবিলাক যেচূয়ার দিনত পুরোহিতবিলাকর আরু সিবিলাকর ভাইবিলাকর মাজর মূল মানুহ আছিল। [৮] আরু লেবীয়াবিলাক; যেচূয়া, বিন্নূই, কদ্মীয়েল, চেরেবিয়া, যিহূদা, আরু মত্তনিয়া; এই মত্তনিয়া আরু তেওঁর ভাইবিলাক ধন্যবাদ দিওঁতাবিলাকর অধ্যক্ষ আছিল; [৯] আরু সিবিলাকর ভাই বক্বুকিয়া আরু উন্নো সিবিলাকর সম্মুখত প্রহরী-কর্ম্ম করিছিল। [১০] আরু যেচূয়ার ঔরসত যোয়াকীম, যোয়াকীমর ঔরসত ইলিয়াচীব, ইলিয়াচীবর ঔরসত যোয়াদা, [১১] যোয়াদার ঔরসত যোনাথন, আরু যোনাথনর ঔরসত যদ্দূৱা জন্ম হল। [১২] সেই যোয়াকীমর দিনত পিতৃ-বংশর মূল মানুহ পুরোহিত এইবিলাক আছিল; চরায়ার বংশর মরায়া, যিরিমিয়ার বংশর হননিয়া, [১৩] ইজ্রার বংশর মচুল্লম, অমরিয়ার বংশর যিহোহানন, [১৪] মল্লূকীর বংশর যোনাথন, চবনিয়ার বংশর যোচেফ, [১৫] হারীমর বংশর অদ্না, মরায়োতর বংশর হিল্কয়, [১৬] ইদ্দোর বংশর জখরিয়া, গিন্নথোনর বংশর মচুল্লম, [১৭] অবিয়ার বংশর জিখ্রী, মিন্যামীনর বংশর এজন, মোৱদিয়ার বংশর পিল্টয়, [১৮] বিল্গার বংশর চম্মূৱা, চময়িয়ার বংশর যিহোনাথন, [১৯] যোয়ারীবর বংশর মত্তনয়, যিদয়ার বংশর উজ্জী, [২০] চল্লয়র বংশর কল্লয়, আমোকর বংশর এবর, [২১] হিল্কিয়ার বংশর হচবিয়া, যিদয়ার বংশর নথনেল। [২২] ইলিয়াচীব, যোয়াদা, যোহানন, আরু যদ্দূৱার কালত লেবীয়াবিলাকর মাজর পিতৃ-বংশর মূল মানুহবিলাকর, আরু পারসীক দারিয়াবচর রাজত্বর কালত পুরোহিতবিলাকর নাম বংশাৱলিত লিখা হল। [২৩] লেবীর সন্তান পিতৃ-বংশর মূল মানুহবিলাকর নাম বংশাৱলি-পুস্তকত ইলিয়াচীবর পুত্র যোহাননর দিনলৈকে লিখা আছিল। [২৪] লেবীয়াবিলাকর মূল মানুহ হচবিয়া, চেরেবিয়া, কদ্মীয়েলর পুত্র যেচূৱা, আরু সিবিলাকর আগত থকা ভাইবিলাকক ঈশ্বরর লোক দায়ূদর আজ্ঞা অনুসারে ইদলে সিদলে সম্মুখাসম্মুখি হৈ প্রশংসা আরু স্তুতিগান করিবলৈ নিযুক্ত করা হল। [২৫] মত্তনিয়া, বক্বুকিয়া, ওবদিয়া, মচুল্লম, টল্মোন, আরু অক্কূবে প্রহরী হৈ ভঁৰালবোরর ওচরত থকা ভঁৰালবোরর প্রহরী-কর্ম্ম করে। [২৬] ইবিলাক যোচাদকর নাতি যেচূৱার পুত্র যোয়াকী-

মর দিনত, আৰু দেশর অধ্যক্ষ নহিমিয়ার আৰু অধ্যাপক ইজ্রা পুরোহিতর কালত আছিল।

[27] পাছে, যিৰূচালেমর গড় প্রতিষ্ঠা করিব লগা সময়ত, আনন্দ, ধন্যবাদ, আৰু গানেরে, আৰু তাল, নেবল, ও বীণারে প্রতিষ্ঠার উৎসব পালন করিবলৈ, লেবীয়াবিলাকক সিবিলাকর আটাই ঠাইর পরা যিৰূচালেমলৈ বিচারি অনা হল। [28] আৰু গায়কবিলাকে যিৰূচালেমর চারিওফালর অঞ্চলর, নটোফাতীয়াবিলাকর গাঁওবোরর, [29] আৰু বৈৎ-গিল্‌গলর পরা, আৰু গেবা ও অজ্‌মাবতর পথারর পরা আহি গোট খালে; কিয়নো গায়কবিলাকে যিৰূচালেমর চারিওফালে আপোনাবিলাকর নিমিত্তে গাঁও পাতিছিল। [30] আৰু পুরোহিত ও লেবীয়াবিলাকে আপোনাবিলাকক শুচি করিলে; আৰু সিবিলাকে লোকবিলাকক, দুৱারবোর, আৰু গড় শুচি করিলে। [31] পাছে মই যিহূদার অধ্যক্ষবিলাকক গড়র ওপরলৈ আনিলোঁ, আৰু ধন্যবাদ দি দি আড়ম্বরেরে যাবলৈ দুটা মহাদল নিৰূপণ করিলোঁ; তার এদল গড়র ওপরে ওপরে সোঁফালে গোবর-দুৱারর পোনে গল। [32] সিবিলাকর পাছে পাছে হোচয়া, আৰু যিহূদার অধ্যক্ষবিলাকর আধা ভাগ, [33] আৰু অজরিয়া, ইজ্রা, মচুল্লম, [34] যিহূদা, বিন্যামীন, চময়িয়া, আৰু যিরিমিয়া গল; [35] আৰু তূরীয়ে সৈতে পুরোহিতর সন্তানবিলাকর মাজর কেত্‌বিলাক লোক, আৰু আচফর বংশর জক্কূরর বৃদ্ধ পরিনাতি মীখায়ার পরিনাতি মত্তনিয়ার নাতি চময়িয়ার পুত্র যি যোনাথন, তেওঁর পুত্র জখরিয়া, [36] আৰু তেওঁর ভাই চময়িয়া, অজরেল, মিললয়, গিললয়, মায়য়, নথনেল, যিহূদা, আৰু হনানী, ইবিলাকে ঈশ্বরর লোক দায়ূদে নিৰূপণ করা নানা বাদ্যযন্ত্র হাতত লৈ চলিল, আৰু ইজ্রা অধ্যাপক সিবিলাকর আগে আগে চলিল। [37] আৰু সিবিলাকে ভুমুক-দুৱার পাই মুখর পোনে পোনে গৈ, দায়ূদর নগরর খট্‌খটীয়েদি উঠি, গড় উঠি যোৱা ঠাইর ওচরেদি দায়ূদর গৃহ পার হৈ জল-দুৱারলৈকে পূবফালে গল। [38] আৰু ধন্যবাদ দি দি যোৱা দ্বিতীয় দলে সিদলর লগ লবলৈ গল; আৰু মই লোকবিলাকর আন আধা ভাগ লগত লৈ সিবিলাকর পাছে পাছে গলোঁ; সিবিলাকে গড়র ওপরে ওপরে তন্দুরর কোঁঠ পার হৈ গড়র বহল ভাগলৈকে, [39] ইফ্রয়িমর দুৱার পার হৈ, পুরণী দুৱার, মৎস্য-দুৱার, হননেলর কোঁঠ, আৰু হম্মেয়া কোঁঠেদি মের-দুৱারলৈকে গল, আৰু প্রহরীর দুৱারত রল। [40] এই ৰূপে, ধন্যবাদ দি দি যোৱা সেই দুদল, মই আৰু মোর লগত অধ্যক্ষবিলাকর আধা ভাগ, [41] আৰু ইলিয়াকীম, মাচেয়া, মিন্যামীন, মীখায়া, ইলিয়োঐনয়, জখরিয়া, আৰু হননিয়া, তূরী লোৱা এই পুরোহিতবিলাক, [42] আৰু মাচেয়া, চময়া, ইলিয়াজর, উজ্জী, যিহোহানন, মল্কিয়া, এলম, আৰু এজর আমি সকলোৱে ঈশ্বরর গৃহর সম্মুখত থিয় হলোঁ। আৰু গায়কবিলাকে সিবিলাকর অধ্যক্ষ যিজ্রহিয়াই সৈতে বড় মাতেরে গান করিলে। [43] সেই দিনা লোকবিলাকে অনেক অনেক বলিদান করি আনন্দ করিলে; কিয়নো ঈশ্বরে সিবিলাকক মহা-আনন্দেরে আনন্দিত করিছিল; তিরুতা আৰু লরা-ছোৱালীবিলাকেও আনন্দ করিলে; এই হেতুকে অনেক দূরলৈকে যিৰূচালেমর আনন্দ-ধ্বনি শুনা গল।

[44] আৰু সেই দিনা কোনো কোনো মানুহক, পুরোহিত আৰু লেবীয়াবিলাকর নিমিত্তে বিধিমতে নিৰূপণ করা অংশস্বৰূপে, নগরর ক্ষেতি চাই উত্তোলনীয় নৈবেদ্য, আগ ভাগ, আৰু দশম ভাগ ভঁরালর কোঁঠালীবারলৈ গোটাই আনিবর নিমিত্তে, সেই কোঁঠালীবোরর ওপরত ভঁরালী নিযুক্ত করা হল; কিয়নো পরিচর্য্যা করা পুরোহিত আৰু লেবীয়াবিলাকর নিমিত্তে যিহূদার আনন্দ জন্মিছিল। [45] আৰু সিবিলাকে আপোনাবিলাকর ঈশ্বরর পালনীয় পালন করিলে, আৰু শুচি করিবর অর্থে যি করিব লাগে, তাক করিলে, আৰু গায়ক ও দুৱরীবিলাকেও দায়ূদর আৰু তেওঁর পুত্র চলোমনর আজ্ঞা অনুসারে আপোনাবিলাকর কার্য্য করিলে। [46] কিয়নো পূর্ব্বে দায়ূদর আৰু আচফর কালত গায়কবিলাকর অধ্যক্ষবিলাক আছিল, আৰু ঈশ্বরর উদ্দেশে প্রশংসার গান আৰু স্তুতিগান করা হৈছিল। [47] জৰুব্বাবিল আৰু

নহিমিয়ার কালত গোটেই ইস্রায়েলে প্রতিদিনর প্রয়োজন অনুসারে গায়ক আরু দুৱরীবিলাকর ভাগ দিছিল ; আরু সিবিলাকে লেবীয়াবিলাকর নিমিত্তে বস্তু পবিত্র করিছিল ; আকৌ লেবীয়াবিলাকে হারোণর সন্তানবিলাকর নিমিত্তে বস্তু পবিত্র করিছিল।

যিহুদীবিলাকর নানা দোষ সংশোধন।

**১৩** সেই দিনা, লোকবিলাকে শুনাকৈ মোচির পুস্তক পাঠ কৰোঁতে, তার মাজত লিখা এই কথা পোৱা গল, যে, অম্মোনীয়া বা মোৱাবীয়া লোকে কেতিয়াও ঈশ্বরর সমাজত সোমাব নোৱারিব ; [২] কিয়নো সিহঁতে অন্ন-জল লৈ ইস্রায়েলর সন্তানবিলাকে সৈতে সাক্ষাৎ নহল, বরং সিবিলাকক শাও দিবলৈ সিবিলাকর বিরুদ্ধে বিলিয়মক ধন দিলে ; কিন্তু আমার ঈশ্বরে সেই শাওক আশীর্ব্বাদত পরিণত করিলে। [৩] তেতিয়া সিবিলাকে এই ব্যবস্থা শুনামাত্রকে ইস্রায়েলর পরা আটাই মিশ্রিত লোকবিলাকক পৃথক করিলে।

[৪] ইয়ার আগেয়ে আমার ঈশ্বরর গৃহর কোঁঠালীর ওপরত নিযুক্ত হোৱা ইলিয়াচীব পুরোহিত টোবিয়ার মিত্র হোৱাত, [৫] তেওঁর নিমিত্তে এটা ডাঙর কোঁঠালী তেওঁ যুগুত করিছিল। আগেয়ে লোকবিলাকে সেই কোঁঠালীত ভক্ষ্য নৈবেদ্যর বস্তু, কুন্দুরু, পাত্র, আরু আজ্ঞামতে লেবীয়া, গায়ক, আরু দুৱরীবিলাকক দিব লগা শস্যর, দ্রাক্ষারসর, আরু তেলর দশম ভাগ, আরু পুরোহিতবিলাকে পাব লগা উত্তোলনীয় উপহারবোর রাখিছিল। [৬] কিন্তু এই সকলো ঘটনার সময়ত ময় যিরূচালেমত নাছিলোঁ ; কিয়নো বাবিলর অর্তক্ষত্র রজার রাজত্বর বত্রিশ বছরর বছরি ময় রজার ওচরলৈ গৈছিলোঁ। [৭] পাছে কিছু দিনর মূরত ময় রজার পরা ছুটী লৈ যিরূচালেমলৈ আহি, ইলিয়াচীবে টোবিয়ালৈ ঈশ্বরর গৃহর চোতালত কোঁঠালী যুগুত করি টোবিয়ার ভালর অর্থে যি কুকর্ম্ম করিলে, তাক জানিবলৈ পালোঁ। [৮] তাতে ময় অতিশয় বেজার পাই সেই কোঁঠালীর পরা টোবিয়ার ঘরর আটাই বস্তু উলিয়াই পেলালোঁ। [৯] আরু ময় আজ্ঞা দি কোঁঠালীবোর শুচি করালোঁ, আরু সেই ঠাইলৈ ঈশ্বরর গৃহর পাত্র, ভক্ষ্য নৈবেদ্যর বস্তুবোর, আরু কুন্দুরু পুনরায় আনিলোঁ। [১০] পাছে ময় জানিবলৈ পালোঁ, যে, লেবীয়াবিলাকর অংশ সিবিলাকক দিয়া নাছিল ; এই কারণে কাম কৰোঁতা লেবীয়া আরু গায়কবিলাক পলাই প্রতিজনে আপোন আপোন ক্ষেতিলৈ গুচি গল। [১১] তাতে ময় অধ্যক্ষবিলাকে সৈতে বিবাদ করি কলোঁ, ঈশ্বরর গৃহ কিয় এরা পড়িল। পাছে ময় সিবিলাকক গোটাই আনি প্রতিজনক আপোন আপোন পদত স্থাপন করিলোঁ। [১২] তেতিয়া সকলো যিহুদী লোকে শস্যর, দ্রাক্ষারসর, আরু তেলর দশম ভাগ—ভঁরাললৈ আনিবলৈ ধরিলে। [১৩] আরু ময় চেলিমিয়া পুরোহিতক, চাদোক অধ্যাপকক, লেবীয়াবিলাকর মাজত পদায়াক, আরু সিবিলাকর অধীনে মত্তনিয়ার নাতি জক্কুরর পুত্র হাননক ভঁরালী পাতিলোঁ ; কিয়নো সিবিলাক বিশ্বাসী বুলি গণিত হৈছিল ; সিবিলাকর ভাইবিলাকক ভাগ বাঁটি দিয়াই সিবিলাকর কাম। [১৪] হে মোর ঈশ্বর, এই বিষয়ে মোক সোঁৱরণ করা, আরু ময় আপোন ঈশ্বরর গৃহর অর্থে, আরু তার নিমিত্তে করিব লগা কার্য্যর অর্থে ময় করা মোর উত্তম কার্য্যবোর মচি নেপেলাবা।

[১৫] সেই সময়ত ময় যিহুদার মাজত কেতবিলাক মানুহক বিশ্রাম-বারে কুণ্ডত দ্রাক্ষাগুটী গচকা, ডাঙরি অনা, গাধত বোজাই দিয়া, আরু বিশ্রাম-বারে দ্রাক্ষারস, দ্রাক্ষাগুটি, আরু ডিমরু গুটি আদি সকলো বিধ বস্তুর বোজা যিরূচালেমলৈ অনা দেখিলোঁ ; তাতে ময় সিহঁতর সেই খোৱা বস্তু বেচা দিনা, সিহঁতর বিরুদ্ধে সাক্ষ্য দিলোঁ। [১৬] আরু কেতবিলাক তূরীয়া মানুহ যিরূচালেম নগরত বাস করিছিল ; সিহঁতে মাছ আদি বেচিব লগীয়া বস্তুবোর আনি বিশ্রাম-বারে যিহুদার সন্তানবিলাকর ওচরত আরু যিরূচালেমর মাজত বেচিছিল। [১৭] তেতিয়া ময় যিহুদার প্রধান লোকবিলাকর লগত বিবাদ করি সিবিলাকক কলোঁ, তোমালোকে যে বিশ্রাম-বার অপবিত্র করা, এইটো নো কি কুকর্ম্ম করিছা? [১৮] তোমালোকর

ওপর-পিতৃবিলাকে সেই দরে করাত, আমার ঈশ্বরে জানো আমার ওপরত আরু এই নগরর ওপরত এইবোর দুর্দ্দশা নঘটালে? তথাপি তোমালোকে বিশ্রাম-বার অপবিত্র করি, ইস্রায়েলর ওপরলৈ ক্রোধাগ্নি আরু অধিক্কৈ আনিব খুজিছা। [১৯] পাছে ময় বিশ্রাম-বারর আগৈয়ে, আন্ধারর কারণে যিরূচালেমর দুবার-বোর নেদেখা হবলৈ ধরা সময়ত দুবারবোর বন্ধ করিবলৈ, আরু বিশ্রাম-বার নেযায়মানে দুবারবোর নেমেলিবলৈ আজ্ঞা করিলোঁ; আরু বিশ্রাম-বারে কোনো বোজা ভিতরলৈ যেন অনা নহয়, এই নিমিত্তে ময় মোর জন্দিয়েক দাসক দুবারর ওপরত নিযুক্ত করিলোঁ। [২০] তাতে বণিকবিলাক আরু সকলো বিধ বস্তু বেচোঁতা-বিলাক দুই এবার যিরূচালেমর বাহিরতে রাতি থাকিল। [২১] তাতে ময় সিহঁতর বিরুদ্ধে সাক্ষ্য দি কলোঁ, তহঁতে কেলেই গড়র আগত রাতি থাক? যদি আকৌ এনে কর, তেতিয়া ময় তহঁতক ধরিম; তেতিয়ারে পরা সিহঁত বিশ্রাম-বারে আরু নাহিল। [২২] পাছে, বিশ্রাম-বার পবিত্র করিবর নিমিত্তে লেবীয়াবিলাকে আপোনাবিলাকক শুচি করি আহি দুবারবোর রখিবলৈ ময় সিবিলাকক আজ্ঞা করিলোঁ। হে মোর ঈশ্বর, এই বিষয়তো মোক সোঁবরণ করা, আরু তোমার অধিক দয়া অনুসারে মোলৈ কৃপা করা।

[২৩] সেই সময়তো ময় দেখিবলৈ পালোঁ, যে, যিহুদীবিলাকর মাজর কোনো কোনোৱে অচ্‌দোদীয়া, অম্মোনীয়া, আরু মোৱাবীয়া তিরুতা বিয়া করিলে; [২৪] আরু সিবিলাকর লরাবিলাকে আধা অচ্‌দোদীয়া ভাষা কয়, যিহুদী ভাষা কব নেজানে; কিন্তু আপোন আপোন জাতির ভাষা অনুসারে কথা কয়। [২৫] তাতে ময় সিবিলা-কর লগত বিবাদ করি সিবিলাকক গরিহণা দিলোঁ, আরু সিবিলাকর কেইজন্মানক কোবাই সিবিলাকর চুলি ছিণ্ডিলোঁ; আরু তোমালোকে সিহঁতর পুতেকবিলাকর লগত তোমালোকর জীয়ারীবিলাক বিয়া নিদিবা, আরু তোমা-লোকর পুতেরাইঁতলৈ, নাইবা আপোনাবিলা-কলৈ সিহঁতর জীয়ারীবিলাক নানিবা, এই বুলি কৈ ঈশ্বরর নামেরে সিবিলাকক শপথ করালোঁ। [২৬] ইস্রায়েলর রজা চলোমনে এনে কার্য্য করি জানো পাপ করা নাছিল? তথাপি অনেক জাতিবিলাকর মাজত তেওঁর নিচিনা কোনো রজা নাছিল; তেওঁ আপোন ঈশ্বরর প্রিয়পাত্র আছিল; আরু ঈশ্বরে তেওঁক গোটেই ইস্রায়ে-লর ওপরত রজা পাতিছিল, তথাপি পরজাতীয় তিরুতাবিলাকে তেওঁকো পাপ করালে? [২৭] তেন্তে পরজাতীয় ছোৱালীবিলাক বিয়া করার দ্বারায় আমার ঈশ্বরর আগত সত্য-লঙ্ঘন করিবর নিমিত্তে এই মহাপাপ করিবলৈ আমি জানো তোমালোকর কথা শুনিম? [২৮] ইলিয়াচীব প্রধান পুরোহিতর নাতি যোয়াদার কোনো এজন পুতেক হোরোণীয়া চন্‌বল্লটর জোঁৱায়েক আছিল; এই কারণে মোর ওচরর পরা ময় তাক খেদি দিলোঁ। [২৯] হে মোর ঈশ্বর, সিবিলা-কক সোঁবরণ করা; কিয়নো সিবিলাকে পুরো-হিত-পদ, আরু পুরোহিত-পদর ও লেবীয়া-বিলাকর নিয়মটো অশুচি করিলে। [৩০] এই রূপে ময় পরজাতীয়বিলাকর পরা সিবিলাকক শুচি করিলোঁ, আরু প্রতিজনর কার্য্য অনু-সারে পুরোহিত ও লেবীয়াবিলাকর করিব লগীয়া কর্ম্ম স্থির করিলোঁ; আরু নিরূপিত সময়ত খরি আরু আগ ভাগ আনিবলৈ মানুহ নিযুক্ত করিলোঁ। হে মোর ঈশ্বর, মঙ্গলর অর্থে মোক সোঁবরণ করা।

---

# ইষ্টেৰৰ বিবৰণ।

ৰজাৰ মহাভোজ। বষ্টীৰ ৰাণীপদ গুচুউৱা।

১ যি অহচ্বেৰোচ ৰজাই সিন্ধু দেশৰ পৰা কূচ দেশলৈকে এশ সাতাইশ প্ৰদেশৰ ওপৰত ৰাজত্ব কৰিছিল, সেই অহচ্বেৰোচৰ ৰাজত্বৰ কালত এই ঘটনা হল। [২] সেই কালত, অহচ্বেৰোচ ৰজাই চূচন ৰাজকোঁঠত আপোন ৰাজসিংহাসনত বহি, [৩] আপোন ৰাজত্বৰ তৃতীয় বছৰত আপোনাৰ সকলো পাত্ৰমন্ত্ৰী আৰু দাসবিলাকৰ নিমিত্তে ভোজ পাতিলে; আৰু পাৰস্য ও মাদিয়া দেশৰ পৰাক্ৰমী লোকবিলাক, প্ৰধানবিলাক, আৰু প্ৰদেশৰ অধ্যক্ষবিলাক তেওঁৰ আগত উপস্থিত হল। [৪] সেই কালত তেওঁ অনেক দিন, অৰ্থাৎ এশ আশী দিনলৈকে আপোনাৰ প্ৰতাপান্বিত ৰাজ্যৰ ঐশ্বৰ্য্য, আৰু উৎকৃষ্ট মাহাত্ম্যৰ গৌৰব দেখুৱালে। [৫] সেইবোৰ দিন গলত, ৰজাই চূচন ৰাজকোঁঠত উপস্থিত হোৱা বড় কি সৰু সকলো প্ৰজাৰ নিমিত্তে ৰাজগৃহৰ বাগিচাৰ ভিতৰৰ মুকলি ঠাইত সাত দিনলৈকে ভোজ দিলে। [৬] সেই ঠাইত বগা আৰু নীল বৰণীয়া কপাহী চন্দ্ৰতাপ আছিল; সেয়ে মিহি শণ আৰু বেঙেনা বৰণীয়া ৰচিৰে মৰ্ম্মৰ শিলৰ খুঁটাত লগোৱা ৰূপৰ আঙঠিত বন্ধা আছিল; আৰু ৰঙা, বগা, মুগা, আৰু কলা বৰণীয়া শিল পতা ঠাইত সোণৰ আৰু ৰূপৰ আসনবোৰ আছিল। [৭] আৰু সিবিলাকক সোণৰ পাত্ৰত (সেই পাত্ৰবোৰ এটাৰ পৰা আন্টো বেলেগ;) পান কৰোৱা হৈছিল, আৰু ৰজাৰ দানশীলতা অনুসাৰে অধিক ৰাজকীয় দ্ৰাক্ষাৰস দিয়া হল। [৮] ভাক বিধিমতে পান কৰা হৈছিল, কোনেও কাকো বল কৰিব নোৱাৰিছিল; কিয়নো যাৰ যেনে ইচ্ছা, সি সেই দৰে ভাক কৰিব পাৰে, এনে আজ্ঞা ৰজাই আপোনাৰ আটাইবিলাক ঘৰগিৰিক দিছিল। [৯] আৰু বষ্টী ৰাণীয়েও অহচ্বেৰোচৰ ৰাজগৃহত তিৰুতা মানুহৰ নিমিত্তে ভোজ পাতিলে। [১০] পাছে, সপ্তম দিনা যেতিয়া ৰজা দ্ৰাক্ষাৰসেৰে প্ৰফুল্লিত আছিল, [১১] তেতিয়া ৰজাই প্ৰজাবিলাকক আৰু অধ্যক্ষবিলাকক বষ্টী ৰাণীৰ সৌন্দৰ্য্য দেখুৱাবৰ অৰ্থে, তেওঁক ৰাজমুকুট পিন্ধাই আপোনাৰ আগলৈ আনিবলৈ, মহূমন, বিজ্থা, হৰ্বোনা, বিগ্থা, অবগ্থা জেথৰ, আৰু কৰ্কচ নামেৰে অহচ্বেৰোচ ৰজাৰ আগত পৰিচৰ্য্যা কৰোঁতা এই সাত জন নপুংসকক আজ্ঞা কৰিলে; কিয়নো তেওঁ দেখিবলৈ বড় সুন্দৰী আছিল। [১২] কিন্তু নপুংসকবিলাকৰ দ্বাৰায় পঠোৱা ৰজাৰ আজ্ঞাত বষ্টী ৰাণী আহিবলৈ অসন্মত হল; তাতে ৰজাৰ বড় ক্ৰোধ হল, আৰু তেওঁৰ অন্তৰত ক্ৰোধাগ্নি জ্বলি উঠিল। [১৩] তেতিয়া ৰজাই কালৰ বিষয় জনা জ্ঞানীবিলাকক এই কথা কলে, (কিয়নো ব্যৱস্থা আৰু ৰাজনীতি জনা লোকলৈ ৰজাই সেই ৰূপে কৰে; [১৪] আৰু সেই সময়ত কৰ্চনা, চেথৰ, অদ্মাথা, তৰ্চীচ, মেৰচ, মৰ্চনা, আৰু মমূকন, ৰজাৰ মুখ দেখোঁতা আৰু ৰাজ্যৰ প্ৰথম শ্ৰেণীৰ আসনত বহোঁতা পাৰস্য আৰু মাদিয়া দেশৰ এই সাত জন প্ৰধান লোক তেওঁৰ ওচৰত আছিল।) [১৫] বষ্টী ৰাণীয়ে নপুংসকবিলাকৰ দ্বাৰায় পঠোৱা অহচ্বেৰোচ ৰজাৰ আজ্ঞা নেমানিলে, এতেকে ব্যৱস্থা অনুসাৰে তেওঁক আমি কি কৰিম? [১৬] তাতে মমূকনে ৰজা আৰু পাত্ৰমন্ত্ৰীবিলাকৰ আগত উত্তৰ দি কলে, বষ্টী ৰাণীয়ে যে কেৱল মহাৰাজলৈ অপৰাধ কৰিলে, এনে নহয়; কিন্তু প্ৰধানবিলাকলৈ, আৰু অহচ্বেৰোচ ৰজাৰ আটাই প্ৰদেশৰ লোকবিলাকলৈকো কৰিলে। [১৭] কিয়নো ৰাণীৰ এই কাৰ্য্যৰ কথা সকলো তিৰুতাৰ মাজত ওলাব; তাতে, অহচ্বেৰোচ ৰজাই বষ্টী ৰাণীক আপোনাৰ ওচৰলৈ আনিব দিলে, কিন্তু তেওঁ নাহিল, এই সম্বাদ শুনিলে,

সিহঁতর দৃষ্টিত সিহঁতে আপোন আপোন স্বামীক তুচ্ছ করিব ; [১৮] আরু রাণীর এই কর্ম্মর কথা পারস্য আরু মাদিয়া দেশর ভদ্র মহিলাবিলাকে শুনি আজিয়েই এই দরে রজার সকলো প্রধান লোকবিলাকক কব ; তাতে বহুৎ অপমান আরু ক্রোধর কথা হব। [১৯] যদি মহারাজে ভাল দেখে, তেন্তে বষ্টী অহচ্বেরোচ রজার ওচরলৈ আরু আহিবলৈ নেপাব, এই রাজাজ্ঞা আপোনার মুখর পরা ওলাওক, আরু ইয়ার যেন লর নহয়, এই নিমিত্তে ইয়াক পারসীক আরু মাদীয়াবিলাকর ব্যবস্থার মাজত লিখা হওক ; পাছত মহারাজে তেওঁর রাণীপদটো তেওঁতকৈ উত্তম তিরুতা এজনীক দিওক ; [২০] তাতে মহারাজে দিয়া আজ্ঞা যেতিয়া তেওঁর রাজ্যর সকলো ফালে, (কিয়নো সেই রাজ্য ডাঙর,) ঘোষণা করা যাব, তেতিয়া বড় কি সরু সকলো তিরুতাবিলাকে আপোন আপোন স্বামীক মর্য্যাদা করিব। [২১] তেতিয়া এই কথাত রজা আরু মন্ত্রীবিলাকে সন্তোষ পালে, আরু রজাই মমুকনর মন্ত্রণার দরেই করিলে। [২২] কিয়নো তেওঁ প্রত্যেক প্রদেশর আখর অনুসারে আরু প্রত্যেক জাতির ভাষা অনুসারে রজার অধীনর প্রত্যেক প্রদেশলৈ এই রূপ পত্র পঠালে, যে, প্রতিজন পুরুষে আপোন আপোন ঘরত শাসন করিব, আরু ইয়াক স্বজাতীয় ভাষাত প্রচার করা হব।

### ইষ্টেরে রাণীপদ পোৱা।

২ এই সকলো ঘটনার পাছত, অহচ্বেরোচ রজার ক্রোধ শান্ত হলত, বষ্টীক, তেওঁ করা কার্য্য, আরু তেওঁর বিরুদ্ধে দিয়া হুকুম তেওঁ সোঁৱরণ করিলে। [২] তাতে রজার পরিচর্য্যা করোঁতা দাসবিলাকে তেওঁক কলে, মহারাজর নিমিত্তে সুন্দরী যুবতী কুমারী বিচার করা যাওক ; [৩] মহারাজে আপোন রাজ্যর সকলো প্রদেশত বিষয়াবিলাক পাতোক ; সিবিলাকে আটাই সুন্দরী যুবতী কুমারী চূচন রাজকোঁঠলৈ তিরুতা-ঘরলৈ আনি গোটাই, তিরুতাবিলাকর রখীয়া রাজনপুংসক হেগয়র হাতত সোধাই দিব ; আরু সিহঁতক গাত ঘঁহা সুগন্ধি দ্রব্য দিয়া হওক ; [৪] আরু যি জনী যুবতীক মহারাজে ভাল পাব, সেই জনীয়েই বষ্টীর সলনি রাণী হওক। এই কথাত রজাই সন্তোষ পাই সেই দরেই করিলে।

[৫] সেই কালত মর্দখয় নামেরে চূচন রাজকোঁঠত এজন যিহূদী মানুহ আছিল ; তেওঁ বিন্যামীনীয়া কীচর পরিনাতি চিমিয়ীর নাতি যায়ীরর পুত্র আছিল। [৬] বাবিলর রজা নবূখদ্নেচরে বন্দী করি নিয়া যিহূদার রজা যখনিয়ার লগত যি সকলো লোকক বন্দী করি নিয়া হৈছিল, সিবিলাকর মাজত তেওঁকো যিরূচালেমর পরা বন্দী করি নিয়া হৈছিল। [৭] সেই মর্দখয়ে আপোনার বড় বাপেক কি দদায়েকর জীয়েক হদচ্ছাক অর্থাৎ ইষ্টেরক প্রতিপালন করিছিল ; কারণ তাইর বাপেক কি মাক নাছিল। সেই ছোৱালী রূপবতী আরু সুন্দরী আছিল ; তাইর বাপেক-মাক মরার পাছে মর্দখয়ে তাইক তোলনীয়া জী করি লৈছিল। [৮] পাছে রজার সেই বাক্য আরু আজ্ঞা ঘোষণা করা হলত, যেতিয়া চূচন রাজকোঁঠলৈ অনেক ছোৱালী গোটাই নি হেগয়র জিমাত রখা হল, তেতিয়া ইষ্টেরকো রাজগৃহলৈ নি, তিরুতাবিলাকর রখীয়া হেগয়র জিমাত রখা হল। [৯] তাতে সি সেই ছোৱালী জনীক ভাল পোৱাত, তাই তার পরা মরম পালে ; সি বেগাই, গাত ঘঁহিবলৈ তাই পাব লগা সুগন্ধি দ্রব্য, তাইক দিব লগীয়া ভাগ, আরু রাজগৃহর পরা সাত জনী মনোনীত বেটী তাইক দিলে, আরু বেটীহঁতে সৈতে তাইক তিরুতা-ঘরর উত্তম ঠাইলৈ নিলে। [১০] ইষ্টেরে আপোন জাতি বা বংশর পরিচয় কাকো দিয়া নাছিল, কারণ মর্দখয়ে তাক কবলৈ তাইক নিষেধ করিছিল। [১১] পাছে ইষ্টের কেনে আছে, আরু তাইলৈ কি হব, তাক জানিবলৈ মর্দখয়ে প্রতিদিনে তিরুতা-ঘরর চোঁতালর আগেদি অহা-যোৱা করিছিল। [১২] আরু তিরুতা মানুহলৈ করা নিয়ম অনুসারে বার মাহ (কিয়নো সিহঁতর গা শুচি করাত ইমান দিন লাগে, অর্থাৎ ছমাহ গন্ধরসর তেল, আরু ছমাহ সুগন্ধি দ্রব্য, আরু তিরুতা মানুহে গাত ঘঁহিব লগা বস্তু ঘঁহা হয়,) প্রতিজনী ছোৱালীলৈ করার পাছত, যেতিয়া অহচ্বেরোচ রজার গুরিলৈ যাবলৈ কোনো ছোৱালীর পাল পড়ে, [১৩] তেতিয়া রজার ওচরলৈ তাই এই নিয়মেরে যায়, যে,

তাই যি বস্তু খোজে, তাক তিরুতা-ঘরর পরা রাজগৃহলৈ তাইর লগত যাবর নিমিত্তে তাইক দিয়া হয়। [14] তাই সন্ধ্যা বেলা যায়, আরু রাতিপুৱা উপপত্নীবোরর রখীয়া রাজনপুংসক চাচ্‌গজর জিমালৈ, তিরুতা থকা দ্বিতীয় ঘরলৈ উলটি আহে; রজাই তাইত সন্তোষ পাই তাইর নাম ধরি নমতালে, তাই রজার গুরিলৈ আরু নেযায়। [15] পাছে রজার ওচরলৈ যাবলৈ, জীস্বরূপে তুলি লোৱা মর্দখয়র বড় বাপেক কি দদায়েক অবীহয়িলর জীয়েক ইষ্টেরর পাল হলত, তিরুতাবিলাকর রখীয়া রাজনপুংসক হেগয়ে নিরূপণ করা বস্তুর বাহিরে তাই একো খুখুজিলে; আরু তাইক দেখা আটাইরে পরা তাই মরম পালে। [16] এই রূপে অহচ্‌বেরোচ রজার রাজত্বর সপ্তম বছরর টেবেৎ নামেরে দশম মাহত ইষ্টেরক তেওঁর ওচরলৈ রাজগৃহলৈ নিয়া হল। [17] পাছে রজাই আনবিলাক তিরুতাত্‌কৈ ইষ্টেরক বড় প্রেম করিলে, আরু আনবিলাক কুমারীত্‌কৈ তাই রজার দৃষ্টিত মরম আরু অনুগ্রহ পালে; এই হেতুকে তেওঁ তাইর মূরত রাজমুকুট দি বস্টীর পদত তাইক রাণী পাতিলে। [18] পাছে রজাই আপোনার সকলো পাত্রমন্ত্রী আরু দাসবিলাকর নিমিত্তে ইষ্টেরর ভোজ বুলি এক মহাভোজ পাতিলে, আরু সকলো প্রদেশর কর ক্ষমা দিলে, আরু রজার দানশীলতা অনুসারে দান দিলে। [19] দ্বিতীয়বার কুমারীবিলাক গোটোৱা সময়ত মর্দখয় রাজদুৱারত বহি আছিল। [20] সেই সময়লৈকে ইষ্টেরে মর্দখয়র আদেশর দরে আপোনার জ্ঞাতি-কুটুম্ব কি জাতির পরিচয় কাকো দিয়া নাছিল; কিয়নো ইষ্টেরে মর্দখয়র গুরিত প্রতিপালিত হোৱা কালর নিচিনাকৈ, তেতিয়াও তেওঁর কথা মানিলে। [21] সেই সময়ত, মর্দখয় রাজদুৱারত বহি থাকোঁতে, দুৱরীবিলাকর মাজর বিগ্‌থন আরু তেরচ নামেরে দুটা রাজনপুংসকে ক্রুদ্ধ হৈ অহচ্‌বেরোচ রজাক বধ করিবলৈ চেষ্টা করিলে। [22] কিন্তু সেই কথা মর্দখয়ে জানিবলৈ পাই, ইষ্টের রাণীক জনালে। আরু ইষ্টেরে মর্দখয়র নাম করি তাক রজাক কলে। [23] তাতে বিচার করি সেই কথার প্রমাণ পালত, সিহঁত দুটাক কাঠ এড়ালত আরি থোৱা হল, আরু সেই কথা রজার সাক্ষাতে দৈনিক কার্য্য-বিবরণীত লিখা হল।

হামনে যিহুদীবিলাকক বিনষ্ট করিবলৈ চেষ্টা করা।

৩ এইবোর ঘটনার পাছত, অহচ্‌বেরোচ রজাই অগাগীয়া হম্মদাথার পুত্র হামনক উন্নত করি উচ্চপদত স্থাপন করিলে, আরু তেওঁর লগর সকলো মন্ত্রীত্‌কৈ তেওঁক ওখ আসন দিলে। [2] তাতে রাজদুৱারত থকা রজার দাসবিলাকে হামনর আগত আঁঠু পারি প্রণিপাত করে; কিয়নো রজাই তেওঁর পক্ষে তেনে আজ্ঞা করিছিল। কিন্তু মর্দখয়ে আঁঠু নলয়, আরু প্রণিপাতো নকরে। [3] তেতিয়া রাজদুৱারত থকা রজার দাসবিলাকে মর্দখয়ক কলে, তুমি রজার আজ্ঞা কিয় লঙ্ঘন করিছা? [4] এই রূপে সিবিলাকে দিনে দিনে তেওঁক কলতো, তেওঁ তেতিয়াও সিবিলাকর কথা নেমানিলে; তাতে, মর্দখয়ে দেখুউৱা যুক্তি রব নে নরব, তাক জানিবর মনেরে সিবিলাকে হামনক কলেগৈ; কারণ মর্দখয় যে যিহুদী লোক, তাক তেওঁ সিবিলাকক কৈছিল। [5] মর্দখয়ে হামনর আগত আঁঠু নোলোৱা আরু প্রণিপাত নকরা দেখি হামন ক্রোধেরে পরিপূর্ণ হল। [6] কিন্তু তেওঁ কেবল মর্দখয়ক বধ করা লঘু জ্ঞান করিলে; কারণ সিবিলাকে তেওঁক মর্দখয়র জাতির কথা জনাইছিল; এই হেতুকে হামনে অহচ্‌বেরোচ রজার গোটেই রাজ্যত, মর্দখয়র জাতি বুলি আটাই যিহুদী লোকক বিনষ্ট করিবলৈ চেষ্টা করিলে। [7] আরু সেই বিষয়ে, অহচ্‌বেরোচ রজার রাজত্বর দ্বাদশ বছরর নীচান নামেরে প্রথম মাহত, হামনর আগত অদর নামেরে দ্বাদশ মাহলৈকে ক্রমেরে প্রতিদিনর আরু প্রত্যেক মাহর নিমিত্তে পুর অর্থাৎ চিঠি খেলোৱা হল। [8] পাছে হামনে অহচ্‌বেরোচ রজাক কলে, আপোনার রাজ্যর সকলো প্রদেশত জাতিবিলাকর মাজত ছিন্নভিন্ন হোৱা আরু পৃথকে থকা এজাতি মানুহ আছে; সিহঁতর ব্যবস্থা আন সকলো জাতির ব্যবস্থার পরা বেলেগ; সিহঁতে মহারাজর ব্যবস্থা পালন নকরে। এই কারণে সিহঁতক থাকিবলৈ দিয়া

মহারাজর উচিত নহয়। [৯]যদি রজাই ভাল দেখে, তেন্তে সিহঁতক বিনষ্ট করিবলৈ লিখা যাওক; তাতে মই রাজভঁরালত রাখিবর অর্থে রাজকর্ম্মচারীবিলাকর হাতত দহ হাজার কিক্কর রূপ দিম। [১০] তেতিয়া রজাই আপোনার হাতর পরা আঙ্গঠি সোলোকাই যিহুদীবিলাকর শক্র অগাগীয়া হম্মদাথার পুত্র হামনক দিলে। [১১]আরু রজাই হামনক কলে, সেই রূপ আরু সেই জাতিকো তোমাক দিয়া হল; সিহঁতলৈ তোমার যি ইচ্ছা, তাকেই করা। [১২]পাছে প্রথম মাহর ত্রয়োদশ দিনা রাজলিখকবিলাকক মতা হল; সেই দিনা হামনর আটাই আজ্ঞা অনুসারে রাজপ্রতিনিধিবিলাকর, প্রত্যেক প্রদেশর দেশাধ্যক্ষবিলাকর, আরু প্রত্যেক জাতির প্রধান লোকবিলাকর ওচরলৈ, প্রত্যেক প্রদেশর আখর, আরু প্রত্যেক জাতির ভাষা অনুসারে পত্র লিখা হল; তাক অহচ্বেরোচ রজার নামেরে লিখা, আরু রজার আঙ্গঠিরে মোহর মরা হল। [১৩]আরু একে দিনতে অর্থাৎ অদর নামেরে দ্বাদশ মাহর ত্রয়োদশ দিনা ডেকা, বুঢ়া, লরা, আরু তিরুতাই সৈতে সকলো যিহুদী লোকক সংহার, বধ, আরু বিনষ্ট করা হব, আরু সিহঁতর বস্তু লুট করা হব, এই বুলি লিখি পত্রখন ডাকোবালর দ্বারায় রজার সকলো প্রদেশলৈ পঠাই দিয়া হল। [১৪]আরু সেই দিনর নিমিত্তে সকলোবে যেন যুগুত হয়, তার নিমিত্তে, প্রত্যেক প্রদেশত হুকুম জারি করা আরু সকলো জাতির আগত প্রচার করা হবলৈ সেই পত্রর নকল যুগুত করা হল। [১৫]পাছে রজার হুকুমমতে ডাকোবালবিলাক বেগাই ওলাই গল, আরু সেই আজ্ঞা চূচন রাজকোঁঠত প্রকাশ করা হল; পাছে রজা আরু হামনে দ্রাক্ষারস পান করিবলৈ বহিল, কিন্তু চূচন নগরর লোকবিলাক হলে ব্যাকুল হল।

রজার আগত ইষ্টেরর নিবেদন।

**৪** পাছে মর্দখয়ে এই সকলো ঘটনার কথা জানিবলৈ পাই আপোনার কাপর ফালিলে, আরু চট কাপর পিন্ধি ছাই সানি নগরর মাজলৈ গৈ হুরাওরাবে কান্দিলে। [২]পাছে তেওঁ রাজদুবারর আগলৈ আহিল; কারণ চট কাপর পিন্ধি কোনেও রাজদুবারত সোমাব নোবারিছিল। [৩]আরু প্রত্যেক প্রদেশর যি যি ঠাইলৈ সেই রাজবাক্য আরু আজ্ঞা-পত্র গল, সেই সকলো ঠাইত যিহুদী লোকবিলাকর মাজত মহাশোক, লঘোন, ক্রন্দন, আরু বিলাপ হল, আরু অনেকে চট আরু ছাইকেই আপোন আপোন বিচনা করিলে। [৪]পাছে ইষ্টেরর লিগিরীবিলাক আরু নপুংসকবিলাকে আহি সেই কথা তেওঁক জনালে; তাতে রাণীয়ে মনত অতিশয় বেজার পালে, আরু মর্দখয়ে চট গুচাই কাপর পিন্ধিবলৈ তেওঁলৈ কাপর পঠালে, কিন্তু তেওঁ তাক নললে। [৫]তাতে ইষ্টেরে, আপোনার পরিচর্য্যা করিবলৈ রজাই নিযুক্ত করা হথাক নামেরে এজন রাজনপুংসকক মতাই আনি, কেনেকৈ কি হল, তাক জানিবর নিমিত্তে মর্দখয়র ওচরলৈ যাবলৈ আজ্ঞা দিলে। [৬]পাছে হথাক রাজদুবারর সম্মুখর নগরর চকলৈ মর্দখয়র ওচরলৈ গল। [৭]তাতে মর্দখয়ে, আপোনালৈ যি যি ঘটিল, আরু যিহুদী লোকবিলাকক বিনষ্ট করিবর নিমিত্তে হামনে যিমান রূপ রাজভঁরালত দিবলৈ অঙ্গীকার করিলে, সেই সকলোকে তাক কলে; [৮]আরু সিবিলাকর বিনাশর অর্থে যি আজ্ঞা-পত্র চূচনত দিয়া হল, তার এখন নকল তাক দি, ইষ্টেরক তাক দেখুবাবলৈ আরু জনাবলৈ কলে, আরু তেওঁ যেন রজার গুরিলৈ সোমাই গৈ তেওঁর আগত স্বজাতীয় লোকবিলাকর নিমিত্তে মিনতি আরু প্রার্থনা করে, এনে আদেশ দিবলৈ কলে। [৯]পাছে হথাকে আহি মর্দখয়র কথা ইষ্টেরক জনালে। [১০]তেতিয়া ইষ্টেরে মর্দখয়র গুরিলৈ হথাকক এই কথা কৈ পঠালে, [১১]বোলে, রজার আটাই দাসবিলাকে আরু রজার প্রদেশর সকলো লোকবিলাকে জানে, যে, মটা কি তিরুতাই হওক, যি কোনোবে নমতাকৈ ভিতর-চোঁতাললৈ রজার গুরিলৈ যায়, তার নিমিত্তে কেবল এটা আজ্ঞা আছে, যে, তাক বধ করা হব; অকল যি মানুহলৈ রজাই সোণাময় রাজদণ্ড-ডালি মেলে, সি মাথোন জীয়ে; আরু আজি ত্রিশ দিন মই রজার ওচরলৈ যাবলৈ হুকুম পোবা নাই। [১২]পাছে ইষ্টেরর এই কথা মর্দখয়ক কোবা গল। [১৩]তাতে মর্দখয়ে ইষ্টেরলৈ এই উত্তর কৈ পঠালে, বোলে, সকলো যিহুদী লোকর মাজত, কেবল

তুমি রাজগৃহত থকাতে যে রক্ষা পাবা, ইয়াক মনত নেভাবিবা। [১৪] কিয়নো, যদি তুমি এই সময়ত সকলো ভাবে নিজম দি থাকা, তেন্তে আন কোনো ঠাইর পরা যিহূদী লোকবিলাকর উপকার আরু নিস্তার ঘটিব, কিন্তু তুমি আপোন পিতৃ-বংশর লগত বিনষ্ট হবা; আরু কিজানি এই আপদর সময়র নিমিত্তেই তুমি রাণীপদ পাইছা হবলা। [১৫] তেতিয়া ইষ্টেরে মর্দখয়লৈ এই উত্তর কৈ পঠালে, [১৬] বোলে, তুমি গৈ, চূচনত উপস্থিত থকা সকলো যিহূদী লোকক গোটোৱা; আরু তোমালোক সকলোৱে মোর নিমিত্তে লঘোন দিয়া, আরু দিনে-রাতিয়ে তিন দিন একো খোৱাবোৱা নকরিবা, আরু ময় ও মোর লিগিরীবিলাকেও তেনেকৈ লঘোন দিম; তাক করা হলে, ময় ব্যবস্থার বিরুদ্ধে কার্য্য করি রজার গুরিলৈ যাম; তাতে নষ্ট হব লাগে যদি, হম। [১৭] পাছে মর্দখয়ে গৈ, ইষ্টেরে আজ্ঞা করার দরে সকলোকে করিলে।

৫ পাছে তৃতীয় দিনা ইষ্টেরে রাজবস্ত্র পিন্ধি রাজগৃহর ভিতর-চোঁতালত রাজগৃহর আগত থিয় হলগৈ; সেই সময়ত রজাই রাজগৃহত, রাজগৃহর প্রবেশস্থানর সম্মুখত রাজসিংহাসনত বহি আছিল। [২] তাতে, রজাই যেতিয়া চোঁতালত থিয় হোৱা ইষ্টের রাণীক দেখিলে, তেতিয়া রজার দৃষ্টিত ইষ্টেরে অনুগ্রহ পোৱাতে, রজাই ইষ্টেরলৈ আপোনার হাতত থকা সোণময় রাজদণ্ডডালি মেলি দিলে; তাতে ইষ্টেরে ওচর চাপি রাজদণ্ডর আগ ভাগ চুলে। [৩] পাছে রজাই তেওঁক সুধিলে, হে ইষ্টের রাণী, তোমাক কি লাগে? আরু তোমার প্রার্থনা কি? রাজ্যর আধালৈকে হলেও, তাক তোমাক দিয়া যাব। [৪] তাতে ইষ্টেরে উত্তর করিলে, যদি মহারাজে ভাল দেখে, তেন্তে আপোনার নিমিত্তে ময় যুগুত করা ভোজলৈ আপুনি আরু হামন আজি আহোক। [৫] তেতিয়া, ইষ্টেরে কোৱার দরে কার্য্য করিবলৈ, হামনক বেগাই ওলাবলৈ দে, এই বুলি রজাই হুকুম দিলে। পাছে তেওঁ আরু হামন ইষ্টেরে যুগুত করা ভোজলৈ গল। [৬] পাছে দ্রাক্ষা-ভোজত রজাই ইষ্টেরক কলে, তোমার নিবেদন কি? তাক তোমালৈ গ্রাহ্য করা হব; আরু তোমার প্রার্থনা কি? রাজ্যর আধালৈকে হলেও, তাক সিদ্ধ করা যাব। [৭] তাতে ইষ্টেরে উত্তর দি কলে, মোর নিবেদন আরু প্রার্থনা এই, [৮] ময় যদি মহারাজর দৃষ্টিত অনুগ্রহ পাইছোঁ, আরু মোর নিবেদন গ্রাহ্য করিবলৈ, আরু মোর প্রার্থনা সিদ্ধ করিবলৈ যদি মহারাজে ভাল দেখিছে, তেন্তে ময় আপোনার আরু হামনর নিমিত্তে আকৌ যি ভোজ যুগুত করিম, তালৈ আপুনি আরু হামন আহোক; আরু ময় কাইলৈ মহারাজর আজ্ঞা অনুসারে করিম। [৯] তাতে সেই দিনা হামনে আনন্দ পাই সন্তুষ্ট মনেরে ওলাই গল; কিন্তু রাজদুৱারত মর্দখয়ক দেখা পালত, তেওঁ তেতিয়াও তেওঁর আগত নুঠিল আরু নলরিলো; তাতে হামন মর্দখয়র অহিতে খঙেরে পরিপূর্ণ হল। [১০] তথাপি হামনে ধৈর্য্য ধরিলে, আরু নিজ ঘরলৈ গৈ আপোনার বন্ধুবিলাকক আরু আপোনার ভার্য্যা জেরচক মতাই আনিলে। [১১] আরু হামনে সিবিলাকর আগত আপোনার ঐশ্বর্য্যর প্রতাপ আরু পুত্র অধিক হোৱার কথা, আরু রজাই তেওঁক উন্নত করা আটাই কথা, আরু মন্ত্রীবিলাক ও রজার দাসবিলাকতকৈ তেওঁক ওখ পদ দিয়া কথা সিবিলাকর আগত বর্ণনা করিলে; [১২] এনে কি, হামনে আরু কলে, ইষ্টের রাণীয়ে মোর নিমিত্তে যুগুত করা ভোজলৈ, মোর বাহিরে রজার লগত আরু কাকো সোমাব নিদিলে; কাইলৈকো যাবলৈ ময় তেওঁর দ্বারায় রজার লগত নিমন্ত্রিত হৈছোঁ। [১৩] কিন্তু রাজদুৱারত বহি থকা যিহূদী মর্দখয়ক ময় দেখোঁমানে, এই সকলোত মোর কোনো সন্তোষ নাই। [১৪] তেতিয়া তেওঁর ভার্য্যা জেরচে আরু তেওঁর আটাই বন্ধুবিলাকে তেওঁক কলে, পঞ্চাশ হাত দীঘল এডাল কাঠ যুগুত করা হওক, আরু মর্দখয়ক তাত আরিবর নিমিত্তে তুমি কাইলৈ রাতিপুৱা রজার আগত নিবেদন করা; পাছে রঙ্গ মনেরে রজার লগত ভোজলৈ যাবা। তেতিয়া হামনে সেই কথাত সন্তোষ পাই কাঠডাল যুগুত করালে।

### মর্দখয়ে সন্মান পোৱা।

৬ সেই রাতি রজার টোপনি নাহিল, আরু তেওঁ সোঁৱরণীয় দৈনিক কার্য্য-বিবরণী আনিবলৈ

আজ্ঞা করিলে; পাছে রজার আগত তাক পাঠ করা হল। [২] তার মাজত লিখা এই কথা পোৱা গল, রাজনপুংসক বিগথন আৰু তেরচ নামেরে ছুটা দুৱরীয়ে অহচ্ৱেরোচ রজাক বধ করিবলৈ চেষ্টা করাত, মৰ্দখয়ে তার বাৰ্ত্তা দিছিল। [৩] পাছে রজাই সুধিলে, ইয়ার নিমিত্তে মৰ্দখয়ক কি সন্মান আৰু পদ-বৃদ্ধি করা গৈছে? রজার পরিচৰ্য্যা করোঁতা দাসবিলাকে কলে, তেওঁর নিমিত্তে একোকে করা হোৱা নাই। [৪] পাছে রজাই সুধিলে, চোঁতালত কোন আছে? সেই সময়ত হামনে, আপুনি যুগুত করা কাঠডালত মৰ্দখয়ক আরিবর নিমিত্তে, রজার আগত নিবেদন করিবলৈ রাজগৃহর বাহির-চোঁতাললৈ সোমাইছিল। [৫] এতেকে রজার দাসবিলাকে তেওঁক কলে, দেখোক, হামন চোঁতালত থিয় হৈ আছে। তাতে রজাই কলে, তেওঁ ভিতরলৈ আহোক। [৬] তেতিয়া, হামন ভিতরলৈ গলত, রজাই তেওঁক কলে, রজাই যাক সন্মান দিবলৈ ভাল পায়, তালৈ কি করা উচিত? হামনে মনত ভাবিলে, যে, রজাই সন্মান দিবলৈ, মোত্‌কৈ আন কাক ভাল পাব? [৭] এই হেতুকে হামনে রজাক কলে, মহারাজে যি জনক সন্মান দিবলৈ ভাল পায়, [৮] তেওঁর নিমিত্তে, মহারাজে পিন্ধা রাজবস্ত্র, আৰু মহারাজে উঠা ও মূরত রাজমুকুটস্বরূপ ভূষণ পিন্ধা ঘোঁরা অনা হওক; [৯] আৰু সেই বস্ত্র ও ঘোঁরা মহারাজর অতি প্রধান লোকবিলাকর এজনর হাতত গতাই দিয়া যাওক, আৰু মহা-রাজে যি জনক সন্মান দিবলৈ ভাল পায়, তেওঁক সেই রাজবস্ত্র পিন্ধোৱা হওক; পাছে তেওঁক সেই ঘোঁরাত তুলি নগরর চকর মাজেদি লৈ ফুৰুউৱা হওক, আৰু তেওঁর আগে আগে এই কথা ঘোষণা করা যাওক, যে, রজাই যি জনক সন্মান দিবলৈ ভাল পায়, তেওঁলৈ এই রূপ ব্যৱহার করা যাব। [১০] তেতিয়া রজাই হামনক কলে, তুমি রাজবস্ত্র আৰু ঘোঁরা লৈ, যেনেকৈ কলা তেনেকৈয়ে, রাজদুৱারত বহি থকা যিহুদী মৰ্দখয়লৈ বেগাই করা; তুমি যিবোর কথা কলা, তার একো ত্রুটি নকরিবা। [১১] তেতিয়া হামনে সেই রাজবস্ত্র আৰু ঘোঁরা আনিলে, আৰু মৰ্দখয়ক বস্ত্র পিন্ধাই ঘোঁরাত তুলি নগরর চকত ফুরালে, আৰু তেওঁর আগে আগে এই কথা ঘোষণা করালে, যে, রজাই যি জনক সন্মান দিবলৈ ভাল পায়, তেওঁলৈ এই রূপ ব্যৱহার করা যাব। [১২] পাছে মৰ্দখয় রাজদুৱারলৈ উলটি গল; কিন্তু হামনে শোক করি কাপরেরে মূর ঢাকি আপোন ঘরলৈ বেগাই গল। [১৩] তার পাছে হামনে আপোনার ভাৰ্য্যা জেরচক আৰু আটাই বন্ধুবিলাকক আপোনালৈ ঘটা এই সকলো ঘটনার কথা কলে। তাতে তেওঁর জ্ঞানী লোকবিলাকে, আৰু তেওঁর ভাৰ্য্যা জেরচে তেওঁক কলে, যার আগত তোমার পতনর আরম্ভ হল, সেই মৰ্দখয় যদি যিহুদী বংশর মানুহ হয়, তেন্তে তুমি তাক জয় করিব নোৱারিবা, তুমি তার আগত নিশ্চয়ে পতিত হবা। [১৪] সিবিলাকে তেওঁর লগত কথাবাৰ্ত্তা হৈ থাকোঁতেই রাজনপুংসকবিলাকে আহি, ইষ্টেরে যুগুত করা ভোজলৈ হামনক নিবলৈ লরালরি করিলে।

হামনর বিনাশ। মৰ্দখয়ে উচ্চপদ পোৱা।

৭ পাছে রজা আৰু হামনে ইষ্টের রাণীয়ে সৈতে ভোজ খাবলৈ আহিল। [২] রজাই সেই দ্বিতীয় দিনা দ্রাক্ষা-ভোজত ইষ্টেরক আকৌ সুধিলে, হে ইষ্টের রাণী, তোমার নিবেদন কি? তাক তোমালৈ গ্রাহ্য করা হব; আৰু তোমার প্রাৰ্থনা কি? রাজ্যর আধালৈকে হলেও, তাক সিদ্ধ করা যাব। [৩] তেতিয়া ইষ্টের রাণীয়ে উত্তর করিলে, মহারাজ, ময় যদি আপোনার দৃষ্টিত অনুগ্রহ পাইছোঁ, আৰু যদি মহারাজে ভাল দেখে, তেন্তে মোর নিবেদনত মোর প্রাণ, আৰু মোর প্রাৰ্থনাত মোর জাতিক মোক দিয়া হওক; [৪] কিয়নো আমি, অৰ্থাৎ ময় আৰু মোর স্বজাতীয় লোকবিলাক সংহার, বধ, আৰু বিনষ্ট করা হবর নিমিত্তে বেচা গৈছোঁ। যদি আমি কেৱল বন্দী-বেটী হবর নিমিত্তে বেচা গলোঁহেঁতেন, তেন্তে ময় নিজমে থাকিলোঁহেঁতেন; কিন্তু সেয়ে হলেও, শত্রুৱে মহারাজর ক্ষতি পূরণ করিব নোৱারিলে-হেঁতেন। [৫] তেতিয়া অহচ্ৱেরোচ রজাই ইষ্টের রাণীক কলে, যি জনে আপোন মনত এনে কাৰ্য্য করিবলৈ সাহ করিছে, সি কোন? আৰু ক'ত

আছে? [৬] ইষ্টেরে কলে, সেই বিরুদ্ধী আরু শত্রু এই দুষ্ট হামনেই। তেতিয়া হামনে রজা আরু রাণীর আগত অতিশয় ভয় পালে। [৭] তাতে রজাই ক্রোধত দ্রাক্ষা-ভোজর পরা উঠি রাজগৃহর বাগিচাত সোমাল; তেতিয়া হামনে ইষ্টের রাণীর আগত আপোনার প্রাণ মাগিবর অর্থে উঠি থিয় হল, কারণ তেওঁর অহিতে রজার পরা অমঙ্গল স্থির করা হল। [৮] সেই সময়ত রজাই রাজগৃহর বাগিচার পরা দ্রাক্ষা-ভোজর ঠাইলৈ উলটি আহিল; তেতিয়া ইষ্টের বহি থকা আসনত হামন পড়ি আছিল। তাতে রজাই কলে, এই মানুহে গৃহর মাজত মোর আগতে রাণীক বলাৎকার করিব নে কি? এই কথা রজার মুখর পরা ওলোৱামাত্রকে লোকে হামনর মুখ ঢাকি থলে। [৯] পাছে রজার আগত থকা হৰ্বোনা নামেরে এটা নপুংসকে কলে, দেখোক, যি মর্দখয়ে মহারাজর পক্ষে হিতজনক সম্বাদ দিছিল, তেওঁর নিমিত্তে হামনে যুগুত করা পঞ্চাশ হাত দীঘল কাঠ্ডাল হামনর ঘরত পোতা আছে। রজাই কলে, তারেই ওপরত ইয়াক আরি থগৈ। [১০] তাতে মর্দখয়র নিমিত্তে হামনে যুগুত করা কাঠ্ডালত হামনক আরি থোৱা হল; তেতিয়া রজার ক্রোধ গুচিল।

### যিহুদীবিলাকর রক্ষা।

**৮** সেই দিনা অহচ্বেরোচ রজাই ইষ্টের রাণীক যিহুদীবিলাকর শত্রু হামনর ঘরবারী দিলে। পাছে মর্দখয় রজার ওচরলৈ আহিল; কিয়নো মর্দখয় আপোনার কি সম্বন্ধ লাগে, তাক ইষ্টেরে জনাইছিল। [২] তাতে রজাই হামনর পরা লোৱা আপোন আঙ্গঠি সোলোকাই মর্দখয়ক দিলে; আরু ইষ্টেরে হামনর ঘরর ওপরত মর্দখয়ক নিযুক্ত করিলে। [৩] পাছে ইষ্টেরে রজার আগত পুনরায় নিবেদন করিলে, আরু তেওঁর চরণত পড়ি ক্রন্দন করি, অগাগীয়া হামনে করিব খোজা অমঙ্গল, যিহুদী লোকবিলাকর বিরুদ্ধে তেওঁ করা কল্পনা নিবারণ করিবর অর্থে তেওঁর আগত মিনতি করিলে। [৪] তাতে, রজাই ইষ্টেরর ফাললৈ সোণাময় রাজদণ্ডডালি মেলাত, ইষ্টেরে উঠি রজার আগত থিয় হৈ কলে, [৫] যদি মহারাজে ভাল দেখে, আরু ময় তেওঁর দৃষ্টিত অনুগ্রহ পাইছোঁ, আরু এই কার্য্য যদি মহারাজে উচিত বোধ করে, আরু ময় যদি তেওঁর দৃষ্টিত তেওঁক সন্তোষ দিওঁতা হওঁ, তেন্তে মহারাজর আটাই প্রদেশত থকা যিহুদী লোকবিলাকক বিনষ্ট করিবর অর্থে অগাগীয়া হম্মদাথার পুতেক হামনে নিজ বুদ্ধিরে সাজি লিখা পত্রবোর অন্যথা করিবলৈ লিখা হওক। [৬] কিয়নো ময় মোর জাতির অমঙ্গল দেখি কেনেকৈ সহিব পারিম? বা আপোন জ্ঞাতি-কুটুম্বর বিনাশ দেখি কি রূপে সহন করি থাকিব পারিম? [৭] তেতিয়া অহচ্বেরোচ রজাই ইষ্টের রাণী আরু যিহুদী মর্দখয়ক কলে, দেখা, ময় ইষ্টেরক হামনর ঘর-বারী দিলোঁ, আরু হামনক হলে কাঠ্ডালত অরা হল, কিয়নো সি যিহুদীবিলাকর ওপরত হাত দিছিল। [৮] এতিয়া তোমালোকে আপোনা-বিলাকর ইচ্ছা অনুসারে রজার নামেরে যিহুদী-বিলাকলৈ পত্র লিখা, আরু রজার আঙ্গঠিরে তাত মোহর মারা; কিয়নো রজার নামেরে লিখা আরু রজার আঙ্গঠিরে মোহর মরা পত্র কোনেও অন্যথা করিব নোৱারে। [৯] তেতিয়া তৃতীয় মাহর অর্থাৎ চীবন মাহর তেইশ দিনর দিনা রাজলিখক-বিলাকক মতা হল; আরু মর্দখয়র আটাই আজ্ঞার দরে যিহুদী লোকবিলাকলৈ, আরু সিন্ধুর পরা কূচ দেশলৈকে এশ সাতাইশ প্রদে-শর মাজর প্রত্যেক প্রদেশর আখর, আরু প্রত্যেক জাতির ভাষা অনুসারে রাজপ্রতিনিধি, দেশাধ্যক্ষবিলাক, আরু প্রদেশবোরর প্রধান লোকবিলাকলৈ, আরু যিহুদীবিলাকর আখর আরু ভাষা অনুসারে সিবিলাকলৈ পত্র লিখা হল। [১০] তেওঁ অহচ্বেরোচ রজার নামেরে লিখি, রজার আঙ্গঠিরে মোহর মারি, ভাল জাতর ঘঁরীর পেটত জগা রাজকার্য্যত ব্যৱহার করা বেগী ঘোঁরাত উঠা ডাকোৱালবিলাকর দ্বারায় পত্রবোর পঠাই দিলে। [১১] অহচ্বেরোচ রজার সকলো প্রদেশত একে দিনাই, অর্থাৎ অদর নামেরে দ্বাদশ মাহর ত্রয়োদশ দিনা গোট খাই, [১২] আপোন আপোন প্রাণ রক্ষা করিবর অর্থে থিয় হবলৈ, আরু যি কোনো জাতি কি প্রদেশর লোকে সিবিলাকক আক্রমণ করিব, সেই জাতির আরু প্রদেশর সকলো লোকবিলাকক লরা-তিরু-তাই সৈতে সংহার, বধ, আরু বিনষ্ট করিবলৈ,

আৰু সিইঁতৰ বস্তু লুট কৰিবলৈ সেই পত্ৰত ৰজাই প্ৰত্যেক নগৰত থকা যিহূদী লোকবিলাকক অনুমতি দিলে। ১৩ আৰু যিহূদীবিলাকে যেন আপোনাবিলাকৰ শত্ৰুবোৰৰ প্ৰতিকাৰ সাধিবৰ অৰ্থে সেই দিনৰ নিমিত্তে যুগুত হয়, তাৰ নিমিত্তে প্ৰত্যেক প্ৰদেশত হুকুম জাৰি কৰা, আৰু সকলো জাতিৰ আগত প্ৰচাৰ কৰা হবলৈ সেই পত্ৰৰ নকল যুগুত কৰা হল। ১৪ তাতে ৰাজকাৰ্য্যত ব্যৱহাৰ কৰা বেগী ঘোঁৰাত উঠা ডাকোৱালবিলাকে খৰকৈ যাবলৈ আৰু লৰালৰি কৰিবলৈ ৰজাৰ আজ্ঞা পাই ওলাই গল; আৰু সেই আজ্ঞা চূচন ৰাজকোঁঠত প্ৰকাশ কৰা হল। ১৫ পাছে মৰ্দখয়ে নীল আৰু শুক্লবৰ্ণ ৰাজবস্ত্ৰ পিন্ধি সোণৰ ডাঙৰ কিৰীটি মূৰত লৈ, মিহি শণ সূতাৰে আৰু বেঙেনা বৰণীয়া সূতাৰে বনোৱা এটা জামা পিন্ধি ৰজাৰ আগৰ পৰা বাহিৰলৈ গল; আৰু চূচন নগৰৰ লোকে জয়ধ্বনি কৰিলে, আৰু সিবিলাক অতিশয় আনন্দিত হল। ১৬ আৰু যিহূদী লোকবিলাকৰ দীপ্তি, আনন্দ, আমোদ, আৰু সন্মান হল। ১৭ আৰু প্ৰত্যেক প্ৰদেশত ও প্ৰত্যেক নগৰত যি কোনো ঠাইত ৰজাৰ সেই আজ্ঞা আৰু বাক্য উপস্থিত হল, সেই সকলো ঠাইত যিহূদীবিলাকৰ আনন্দ আৰু আমোদৰ, ভোজ আৰু মঙ্গলৰ দিন হল; আৰু সেই দেশীয় জাতিবিলাকৰ অনেক মানুহ যিহূদী হল; কিয়নো সিইঁতে যিহূদী লোকৰ পৰা ভয় পাইছিল।

৯ পাছে অদৰ নামেৰে দ্বাদশ মাহৰ যি ত্ৰয়োদশ দিনা ৰজাই আজ্ঞা কৰা বাক্য সিদ্ধ হব লগা আছিল, অৰ্থাৎ যি দিনা যিহূদীবিলাকৰ শত্ৰুবোৰে সিবিলাকৰ ওপৰত জয় কৰিবলৈ আশা কৰিছিল, (কিন্তু এনে বিপৰীত ঘটনা হল, যে, যিহূদীবিলাকেই আপোনাবিলাকক ঘিণাওঁতাবোৰৰ ওপৰত জয় কৰিলে;) ২ সেই দিনা যিহূদীবিলাকে সিবিলাকৰ অমঙ্গল চেষ্টা কৰোঁতাবোৰৰ ওপৰত হাত দিবলৈ অহচ্বেৰোচ ৰজাৰ সকলো প্ৰদেশত আপোন আপোন নগৰত গোট খালে; আৰু সিবিলাকক কোনেও একো কৰিব নোৱাৰিলে, কিয়নো সিবিলাকলৈ সকলো জাতিৰ ভয় লাগিছিল। ৩ আৰু প্ৰদেশবোৰৰ আটাই প্ৰধান লোক, ৰাজপ্ৰতিনিধি, অধ্যক্ষবিলাক, আৰু আন আন ৰাজকৰ্ম্মচাৰীবিলাক যিহূদী লোকবিলাকৰ সহায় হল; কাৰণ মৰ্দখয়লৈ সিবিলাকৰ ভয় লাগিছিল; ৪ কিয়নো মৰ্দখয় ৰাজকোঁঠৰ মাজত মহান আছিল, আৰু তেওঁৰ যশস্যা সকলো প্ৰদেশলৈ ব্যাপি গল; কাৰণ সেই পুৰুষ মৰ্দখয় ক্ৰমে ক্ৰমে অতিশয় মহান হৈ গল। ৫ এই হেতুকে যিহূদী লোকবিলাকে আপোনাবিলাকৰ আটাই শত্ৰুবোৰক তৰোৱালেৰে আঘাত কৰি, বধ আৰু সংহাৰ কৰিলে; সিবিলাকে আপোনাবিলাকক ঘিণাওঁতাবোৰলৈ যি ইচ্ছা তাকেই কৰিলে। ৬ আৰু চূচন ৰাজকোঁঠত যিহূদীবিলাকে পাঁচ শ মানুহক বধ আৰু সংহাৰ কৰিলে। ৭ আৰু পৰ্চন্দাথা, দল্ফোন, অস্পাথা, ৮ পোৰাথা, অদলিয়া, অৰীদাথা, ৯ পৰ্মস্তা, অৰীচয়, অৰীদয়, আৰু বয়িজাথা নামেৰে, ১০ যিহূদীবিলাকৰ শত্ৰু হম্মদাথাৰ পুতেক হামনৰ এই দহোটা পুতেকক সিবিলাকে বধ কৰিলে, কিন্তু লুট-দ্ৰব্যত হাত নিদিলে। ১১ যিবোৰক চূচন ৰাজকোঁঠত বধ কৰা হল, সেইবোৰৰ সংখ্যা ৰজাৰ ওচৰলৈ অনা হলত, ১২ ৰজাই ইষ্টেৰ ৰাণীক কলে, যিহূদীবিলাকে চূচন ৰাজকোঁঠত পাঁচ শ লোকক আৰু হামনৰ দহোটা পুতেকক বধ আৰু সংহাৰ কৰিলে; তেন্তে ৰজাৰ আনবোৰ প্ৰদেশত বা কিমান কৰিলে! এতিয়া তোমাৰ নিবেদন কি? তাক তোমালৈ গ্ৰাহ্য কৰা হব; আৰু তোমাৰ প্ৰাৰ্থনা কি? তাক সিদ্ধ কৰা যাব। ১৩ ইষ্টেৰে কলে, যদি ৰজাই ভাল দেখে, তেন্তে আজিৰ নিচিনাকৈ কাইলৈকো কৰিবৰ অনুমতি চূচনত থকা যিহূদীবিলাকক দিয়া হওক, আৰু হামনৰ দহোটা পুতেকক কাঠ্ডালত আৰি থোৱা হওক। ১৪ পাছে ৰজাই তাক কৰিবলৈ আজ্ঞা দিলত, সেই আজ্ঞা চূচনত প্ৰকাশ কৰা হল; তাতে হামনৰ পুতেক দহোটাক কাঠ্ডালত আৰি থোৱা হল। ১৫ আৰু চূচনত থকা যিহূদী লোকবিলাকে অদৰ মাহৰ চতুৰ্দ্দশ দিনাও গোট খাই চূচনত তিনি শ লোকক বধ কৰিলে, কিন্তু লুট-দ্ৰব্যত হাত নিদিলে। ১৬ আৰু ৰজাৰ প্ৰদেশবোৰত থকা আন আন যিহূদীবিলাকে গোট খাই আপোন আপোন প্ৰাণৰ নিমিত্তে থিয় হৈ আপোনাবিলাকৰ শত্ৰুবোৰৰ পৰা জিৰণি

পালে; সিবিলাকে আপোনাবিলাকক ঘিণাওঁতা-বোরর পয়সত্তর হাজার লোকক বধ করিলে; কিন্তু লুট-দ্রব্যত হাত নিদিলে। [১৭]সিবিলাকে অদর মাহর ত্রয়োদশ দিনা এই কার্য্য করিলে, আরু চতুর্দ্দশ দিনা সিবিলাকে জিরালে, আরু সেই দিন ভোজ ও আনন্দর দিন করিলে। [১৮]কিন্তু চুচনত থকা যিহুদীবিলাকে সেই মাহর ত্রয়োদশ আরু চতুর্দ্দশ দিনা গোট খালে; আরু পঞ্চদশ দিনা জিরালে, আরু সেই দিন ভোজ ও আনন্দর দিন করিলে। [১৯]এই কারণে গাঁৱলীয়া, অর্থাৎ গড় নোহোৱা নগরত থকা যিহুদীবিলাকে অদর মাহর চতুর্দ্দশ দিনক আনন্দর, ভোজর, মঙ্গলর, আরু ইজনে সিজনলৈ ভাগ পঠোৱার দিন করি মানে।

পুরীম পর্ব্ব স্থাপন করা। মর্দখয়র মহত্ব।

[২০]অদর মাহর চতুর্দ্দশ দিন আরু পঞ্চদশ দিন, এই দুদিন যিহুদীবিলাকে আপোনাবিলাকর শত্রুর পরা জিরণি পালে, আরু সেই মাহত সিবিলাকর শোক আনন্দত, আরু বিলাপ উৎসৱত পরিণত হল, [২১]এই দেখি, সিবিলাকে যেন বছরে বছরে সেই দুদিন পালন করে, আরু ভোজর, আনন্দর, ইজনে সিজনলৈ ভাগ পঠোৱার, আরু দুঃখীয়াক দান দিয়ার দিন করি মানে, সিবিলাকক এনে আদেশ দিবলৈ, [২২]মর্দখয়ে এই সকলো বৃত্তান্ত লিখি, অহচ্বেরোচ রজার সকলো প্রদেশত থকা ওচরর আরু নিলগর আটাই যিহুদী লোকলৈ পত্র পঠালে। [২৩]তাতে যিহুদীবিলাকে যেনেকৈ আরম্ভ করিছিল, আরু মর্দখয়ে যি রূপে সিবিলাকলৈ লিখিছিল, তেনে-কৈয়ে করিবলৈ সিবিলাকে গাত ললে; [২৪]কিয়নো আটাই যিহুদীবিলাকর শত্রু অগাগীয়া হম্মদা-থার পুতেক হামনে সিবিলাকক বিনষ্ট করিবলৈ সিবিলাকর অহিতে কুকল্পনা করিছিল, আরু সিবিলাকক সংহার আরু বিনষ্ট করিবলৈ পূর অর্থাৎ চিঠি খেলাইছিল; [২৫]কিন্তু সেই কথা রজার ওচরলৈ আহিলত, হামনে যিহুদীবিলাকর বিরুদ্ধে করা কুকল্পনা যেন তেওঁর নিজর ওপরত ফলিয়াব, আরু তেওঁক ও তেওঁর দহোটা পুতেকক কাঠ্ডালত আরি থোৱা যাব, পত্রর দ্বারায় রজাই এনে আজ্ঞা দিলে। [২৬]এই হেতুকে পূর নাম অনুসারে সেই দুদিনক সিবিলাকে পুরীম বোলে। এই নিমিত্তে সেই পত্রর সকলো কথার কারণে, আরু সেই বিষয়ে সিবিলাকে যি যি দেখিছিল, আরু সিবিলাকলৈ যি যি ঘটিছিল, [২৭]সেই সকলোর কারণে, যিহুদীবিলাকে আপোনা-বিলাকর আরু আপোন আপোন সন্তানবিলাকর, আরু যিহুদীধর্ম্ম লোৱাবিলাকর কর্ত্তব্য বুলি, সেই বিষয়ে লিখামতে আরু নিরূপণ করা সময় অনুসারে সিবিলাকে বছরে বছরে সেই দুদিন ত্রুটি নোহোৱাকৈ পালন করিবলৈ, নিয়ম করি গাত ললে; [২৮]আরু এই স্থির করিলে, যে, পুরুষানুক্রমে প্রত্যেক গোষ্ঠীত প্রত্যেক প্রদেশত আরু প্রত্যেক নগরত সেই দুদিন সোঁৱরণ করা আরু পালন করা হব, আরু পুরীম নামেরে সেই দুদিন যিহুদীবিলাকর মাজর পরা কেতিয়াও লুপ্ত নহব, আরু সিবিলাকর সন্তানবিলাকর মাজর পরা তার সোঁৱরণ নুগুচিব। [২৯]পাছে অবীহয়িলর জীয়েক ইষ্টের রাণী আরু যিহুদী মর্দখয়ে পুরীমর বিষয়র এই দ্বিতীয় পত্র স্থির করিবলৈ সম্পূর্ণ ক্ষমতারে সৈতে লিখিলে। [৩০]আরু লঘোন ও ক্রন্দনর বিষয়ে, যিহুদী মর্দখয় আরু ইষ্টের রাণীয়ে যিহুদী-বিলাকক আদেশ দিয়ার দরে, আরু সিবিলাকে আপোনাবিলাকর আরু আপোন আপোন সন্তানবিলাকর নিমিত্তে কর্ত্তব্য বুলি নিয়ম করা মতে, নিয়মিত কালত পুরিমর সেই দুদিন পালন করিবর অর্থে স্থির করিবলৈ, [৩১]তেওঁ অহচ্বেরোচ রজার রাজ্যর এশ সাতাইশ প্রদেশর সকলো যিহুদী লোকবিলাকর ওচরলৈ শান্তি আরু সত্যর কথা লিখি পত্র পঠালে। [৩২]আরু ইষ্টেরর আজ্ঞারে পুরীমর এইবোর কথা স্থির করা হল; আরু এই সকলোকে পুস্তক-খনিত লিখা হল।

**১০** সেই অহচ্বেরোচ রজাই দেশত, আরু সমুদ্রত থকা দ্বীপবোরত কর লগালে। [২]আরু তেওঁর ক্ষমতা ও পরাক্রমর সকলো কথা আরু রজাই মর্দখয়ক যি মহত্ব দি ওখ পদত তুলিছিল, তার সম্পূর্ণ বৃত্তান্ত জানো মাদিয়া আরু পারস্যর রজাবিলাকর ইতিহাস-পুস্তকখনিত লিখা নাই? [৩]কিয়নো যিহুদী মর্দখয় অহচ্বেরোচ রজার প্রধান মন্ত্রী, আরু যিহুদী লোকবিলাকর মাজত মহান,

আপোন ভাইবিলাকর মাজত প্ৰিয়, আপোন লোকবিলাকর হিতচিন্তক, আৰু আপোনার আটাই বংশর পক্ষে শান্তির কথা কওঁতা আছিল।

# ইয়োবর বিবরণ

ইয়োবর সাধুতা আৰু উন্নতি।

১ উচ দেশত ইয়োব নামেরে এজন মানুহ আছিল; সেই পুরুষ সিদ্ধ, সরল, ঈশ্বরলৈ ভয় রাখোঁতা, আৰু দুষ্টতার পরা আঁতরি থাকোঁতা। ² তেওঁর সাতোটা পুতেক আৰু তিনি জনী জীয়েক জন্ম হয়। ³ তেওঁর সম্পত্তি সাত হাজার মের ও ছাগ, তিনি হাজার উট, পাঁচ শ হাল বলদ, পাঁচ শ গাধী, আৰু অতি অধিক দাস-দাসী আছিল; এই কারণে সেই পুরুষ পুব দেশর লোকবিলাকর মাজত সকলোতকৈ মহান আছিল। ⁴ তেওঁর পুতেকবিলাকে গৈ, যি দিনা যার পাল পড়ে, সেই দিনা তার ঘরত ভোজ খায়গৈ, আৰু মানুহ পঠাই আপোনাবিলাকর তিনি জনী ভনীয়েককো আপোনাবিলাকর লগত ভোজন-পান করিবলৈ নিমন্ত্রণ করে। ⁵ পাছে সিবিলাকর ভোজর দিন উকলি গলে, ইয়োবে মানুহ পঠাই সিবিলাকক পবিত্র করায়, আৰু রাতিপুৱাতে উঠি সিবিলাকর সকলোরে সংখ্যা অনুসারে হোম-বলি দিয়ে; কারণ ইয়োবে কয়, কিজানি মোর পোঁৱালিয়ে পাপ করি অন্তরর পরা ঈশ্বরক বিদায় দিলে। ইয়োবে সদায় এই রূপে করে।

ইয়োবর প্ৰথম পরীক্ষা।

⁶ কোনো এদিন ঈশ্বরর সন্তানবিলাক যিহোৱার সম্মুখত থিয় হবলৈ উপস্থিত হলত, সিবিলাকর মাজত চয়তানো উপস্থিত হল। ⁷ তাতে যিহোৱাই চয়তানক সুধিলে, তুমি ক'র পরা আহিলা? চয়তানে যিহোৱাক উত্তর দি কলে, মই পৃথিবী ভ্ৰমণ করি, আৰু তার মাজত ইফালে সিফালে ফুরি আহিলোঁ। ⁸ তেতিয়া যিহোৱাই চয়তানক সুধিলে, তুমি মোর দাস ইয়োবলৈ মন করা নাই নে? কিয়নো তেওঁর নিচিনা সিদ্ধ, সরল, ঈশ্বরলৈ ভয় রাখোঁতা, আৰু দুষ্টতার পরা আঁতরি থাকোঁতা লোক পৃথিবীত কোনো নাই। ⁹ চয়তানে উত্তর দি যিহোৱাক কলে, ইয়োবে জানো বিনালাভে ঈশ্বরলৈ ভয় রাখে? ¹⁰ আপুনি তেওঁর চারিওফালে, আৰু তেওঁর ঘরর ও সর্ব্বস্বর চারিওফালে জানো বেরা দিয়া নাই? আপুনি তেওঁর হাতর কার্য্যবোর আশীর্ব্বাদযুক্ত করিলে, আৰু তেওঁর সম্পত্তিও দেশত বৃদ্ধি পালে। ¹¹ কিন্তু আপুনি এবার হাত মেলি তেওঁর সর্ব্বস্ব স্পর্শ করোক; তাতে তেওঁ অবশ্যে আপোনার সাক্ষাতেই আপোনাক বিদায় দিব। ¹² তাতে যিহোৱাই চয়তানক কলে, দেখা, তেওঁর সর্ব্বস্বর ওপরত তোমার ক্ষমতা আছে; কেবল তেওঁর ওপরতহে হাত নিদিবা। তেতিয়া চয়তান যিহোৱার সম্মুখর পরা ওলাই গল।

¹³ কোনো এদিন ইয়োবর পুতেক-জীয়েকবিলাকে আপোনাবিলাকর বড় ককায়েকর ঘরত ভোজন, আৰু দ্রাক্ষারস পান করি থাকোঁতে, ¹⁴ ইয়োবর ওচরলৈ এজন দূতে আহি কলে,

গৰুবোৰে হাল টানিছিল, আৰু গাধীবোৰ সেই-বোৰৰ ওচৰত চৰি আছিল; ১৫ এনেতে চিবায়ীয়াহঁতে আক্ৰমণ কৰি সেই সকলোকে লৈ গল, এনে কি, সিহঁতে তৰোৱালৰ ধাৰেৰে দাসবিলাকক বধ কৰিলে; আপোনাক সম্বাদ দিবলৈ কেৱল ময় অকলেইহে ৰক্ষা পালোঁ। ১৬ সি কৈ থাকোঁতেই আৰু এটাই আহি কলে, আকাশৰ পৰা ঈশ্বৰৰ অগ্নি পড়ি, দাসে সৈতে মেৰৰ জাকক দগ্ধ কৰি সেইবোৰক গ্ৰাস কৰিলে; আপোনাক সম্বাদ দিবলৈ কেৱল ময় অকলেইহে ৰক্ষা পালোঁ। ১৭ সি কৈ থাকোঁতেই, আৰু এটাই আহি কলে, কল্দীয়াহঁতে তিনি দল হৈ উট-বোৰক আক্ৰমণ কৰি সেইবোৰ লৈ গল, এনে কি, সিহঁতে তৰোৱালৰ ধাৰেৰে দাসবিলাকক বধ কৰিলে; আপোনাক সম্বাদ দিবলৈ কেৱল ময় অকলেইহে ৰক্ষা পালোঁ। ১৮ সি কৈ থাকোঁতেই, আৰু এটাই আহি কলে, আপোনাৰ পো-জীবিলাকে সিবিলাকৰ বড় ককায়েকৰ ঘৰত ভোজন, আৰু দ্ৰাক্ষাৰস পান কৰি আছিল; ১৯ এনেতে দেখোক, অৰণ্যৰ সিফালৰ পৰা বড় ধুমুহা এটা আহি ঘৰটোৰ চাৰিও চুকত লগাত, সেই ডেকাবিলাকৰ ওপৰত ঘৰটো পড়িল, তাতে তেওঁবিলাকে প্ৰাণত্যাগ কৰিলে; আপোনাক সম্বাদ দিবলৈ কেৱল ময় অকলেইহে ৰক্ষা পালোঁ। ২০ তেতিয়া ইয়োবে উঠি আপোনাৰ জামা ফালি আৰু মূৰ ক্ষুৰাই, মাটিত পড়ি প্ৰণিপাত কৰি কলে, ২১ ময় মাতৃৰ গৰ্ব্ভৰ পৰা উদঙে আহিলোঁ, আৰু উদঙে তালৈ উলটি যাম; যিহোৱাই দিছিল, আৰু যিহোৱাই নিলে; যিহোৱাৰ নাম ধন্য হওক। ২২ এই সকলোতো ইয়োবে পাপ নকৰিলে, আৰু ঈশ্বৰত অজ্ঞানতাৰ দোষাৰোপ নকৰিলে।

### ইয়োবৰ দ্বিতীয় পৰীক্ষা। তেওঁৰ বন্ধুবিলাকৰ আগমন।

২ এদিন আকৌ ঈশ্বৰৰ সন্তানবিলাক যিহোৱাৰ সন্মুখত থিয় হবলৈ উপস্থিত হলত, সিবিলাকৰ মাজত চয়তানো যিহোৱাৰ আগত থিয় হবলৈ উপস্থিত হল। ২ তাতে যিহোৱাই চয়তানক সুধিলে, তুমি ক'ৰ পৰা আহিলা? চয়তানে যিহোৱাক উত্তৰ দি কলে, ময় পৃথিবী ভ্ৰমণ কৰি, আৰু তাৰ মাজত ইফালে সিফালে ফুৰি আহিলোঁ। ৩ তেতিয়া যিহোৱাই চয়তানক সুধিলে, মোৰ দাস ইয়োবলৈ তুমি মন কৰা নাই নে? কিয়নো তেওঁৰ নিচিনা সিদ্ধ, সৰল, ঈশ্বৰলৈ ভয় ৰাখোঁতা, আৰু দুষ্টতাৰ পৰা আঁতৰি থাকোঁতা লোক পৃথিবীত কোনো নাই; যদিও তুমি অকাৰণে তেওঁৰ সৰ্ব্বনাশ কৰিবলৈ তেওঁৰ বিৰুদ্ধে মোৰ প্ৰবৃত্তি জন্মালা, তথাপি তেওঁ এতিয়াও আপোন সিদ্ধতা ৰক্ষা কৰি আছে। ৪ তাতে চয়তানে উত্তৰ কৰি যিহোৱাক কলে, ছালৰ অৰ্থে ছাল, এনে কি প্ৰাণৰ অৰ্থে মানুহে সৰ্ব্বস্ব দিব। ৫ কিন্তু আপুনি আৰু এবাৰ হাত মেলি তেওঁৰ অস্থি আৰু মাংস স্পৰ্শ কৰোক; তাতে তেওঁ অৱশ্যে আপোনাৰ সাক্ষাতেই আপোনাক বিদায় দিব। ৬ তেতিয়া যিহোৱাই চয়তানক কলে, দেখা, তেওঁ তোমাৰ হাতত আছে; কেৱল তেওঁৰ প্ৰাণৰ বিষয়ে সাৱধান হবা। ৭ পাছে চয়তানে যিহোৱাৰ আগৰ পৰা ওলাই গৈ ইয়োবক আঘাত কৰি, তেওঁৰ মূৰৰ তালুৰ পৰা ভৰিৰ তলুৱালৈকে বিষম খহু উৎপন্ন কৰিলে। ৮ তাতে তেওঁ ছাইৰ মাজত বহি এডোখৰ খোলা লৈ গা চুঁচিবলৈ ধৰিলে; ৯ পাছে তেওঁৰ তিৰুতাই তেওঁক কলে, আপুনি এতিয়াও আপোন সিদ্ধতা ৰক্ষা কৰি থাকিব নে? ঈশ্বৰক বিদায় দি প্ৰাণত্যাগ কৰোক। ১০ তাতে তেওঁ তাইক কলে, তুমি এজনী অজ্ঞানী তিৰুতাৰ দৰে কথা কৈছা। আমি ঈশ্বৰৰ পৰা মঙ্গলহে গ্ৰহণ কৰিম নে? অমঙ্গলকো জানো গ্ৰহণ নকৰিম? এই সকলোতো ইয়োবে আপোন ওঁঠেৰে পাপ নকৰিলে।

১১ পাছে ইয়োবলৈ ঘটা এইবোৰ আপদৰ কথা তেওঁৰ তিনি জন বন্ধুৱেকৰ কাণত পড়িলত, সিবিলাক, অৰ্থাৎ তৈমনীয়া ইলীফজ, চুহীয়া বিল্দদ, আৰু নামাথীয়া চোফৰে আপোন আপোন ঠাইৰ পৰা আহি একপৰামৰ্শ হৈ, তেওঁৰ লগত শোক, আৰু তেওঁক সান্ত্বনা কৰিবৰ নিমিত্তে তেওঁৰ ওচৰলৈ আহিবলৈ থিৰ কৰিলে। ১২ পাছে তেওঁবিলাকে দূৰৈৰ পৰা চকু তুলি চাই, তেওঁক দেখি চিনিব নোৱাৰিলে; তাতে তেওঁবিলাকে বড়কৈ চিঞৰি কান্দিবলৈ ধৰিলে, আৰু আপোন আপোন জামা ফালি, আপোন

আপোন মূরর ওপরলৈ আকাশর ফাললৈ ধূলি ছটিয়ালে। [13]আরু সিবিলাকে সাত দিন সাত রাতি তেওঁর লগত মাটিতে বহি থাকিল, তেওঁক কোনেও কথা এষারকে নকলে; কারণ সিবিলাকে তেওঁর দুঃখ অতি অধিক দেখিলে।

ইয়োবর বিলাপ।

৩ পাছে ইয়োবে মুখ মেলি আপোনার জন্ম-দিনক শাও দিলে। [2]ইয়োবে মাত লগাই কলে,

[3]যি দিনা মোর জন্ম হৈছিল, সেই দিন বিনষ্ট হওক,
আরু পুত্র-সন্তান গর্ব্ভত স্থিতি হল বুলি কোৱা রাতি বিনষ্ট হওক।
[4]সেই দিন অন্ধকারময় হওক;
ঈশ্বরে ওপরর পরা তালৈ দৃষ্টি নকরোক,
আরু দীপ্তি তার ওপরত প্রকাশিত নহওক।
[5]অন্ধকার আরু মৃত্যুচ্ছায়াই তাক নিজর বুলি গ্রহণ করোক;
মেঘে তাক ঢাকি ধরোক;
দিনক আন্ধার করোঁতা সকলোৱে তার ভয় জন্মাওক।
[6]সেই রাতিক ঘোর অন্ধকারে ধরোক;
বছরর দিনবোরর মাজত সি আনন্দ নকরোক,
আরু মাহর লেখতো নপড়োক।
[7]দেখা, সেই রাতি বন্ধ্যা হওক;
তাত কোনো আনন্দধ্বনি নহওক।
[8]দিনক শাও দিওঁতাবোরে তাক শাও দিওক;
রাহুক উচটাবলৈ নিপুণ লোকবিলাকে তাক শাও দিওক।
[9]তার প্রভাতর তরাবোর অন্ধকারময় হওক;
সি দীপ্তিলৈ আশা করোক, কিন্তু নেপাওক;
আরু অরুণর পিরিঠি নেদেখোক।
[10]কিয়নো সি মোর মাতৃর গর্ব্ভর দুবার বন্ধ নকরিলে,
আরু মোর চকুর পরা ক্লেশ ঢাকি নথলে।
[11]ময় কিয় গর্ব্ভতে নমরিলোঁ?
উদরর পরা বাহির হোৱামাত্রে ময় কিয় প্রাণত্যাগ নকরিলোঁ?
[12]কোলাই মোক কিয় ললে?
আরু ময় পিয়াহ খাবলৈ স্তনে বা মোক কিয় গ্রহণ করিলে?
[13]কিয়নো সেয়ে নোহোৱা হলে, ময় শুই শান্তি পালোঁহেঁতেন,
সেয়ে নোহোৱা হলে, ময় নিদ্রিত হলোঁহেঁতেন।
[14]তেতিয়া, যিবিলাকে আপোনাবিলাকর নিমিত্তে ধ্বংসস্থান নির্ম্মাণ করিছিল,
এনে রজাবিলাকর আরু পৃথিবীর মন্ত্রীবিলাকর লগত,
[15]বা যিবিলাকর সোণ আছিল,
আরু যিবিলাকে আপোন আপোন ঘর রূপেরে পরিপূর্ণ করিছিল,
এনে অধিপতিবিলাকর লগত থাকি ময় বিশ্রাম পালোঁহেঁতেন,
[16]বা গুপ্ত গর্ব্ভস্রাবর দরে ময় একো নহলোঁহেঁতেন,
পোহর দেখিবলৈ নোপোৱা সন্তানর দরে হলোঁহেঁতেন।
[17]সেই ঠাইত দুষ্টবোরে আরু উপদ্রব নকরে;
ভাগরুৱাই তাত জিরণি পায়।
[18]তাত বন্দীয়ারবিলাক একেলগে নিরাপদে থাকে;
সিবিলাকে কার্য্যাধ্যক্ষবিলাকর ডাবিহুকি আরু নুশুনে।
[19]তাত সরু কি বড় সকলো একে;
আরু বন্দী আপোন গরাকীর পরা মুক্ত হয়।
[20]দুর্ভগীয়াক কিয় পোহর দিয়া যায়?
মনত বিষাদ পোৱাবিলাকক কিয় জীয়াই থাকিবলৈ দিয়া হয়?
[21]সিবিলাকে মৃত্যুলৈ অপেক্ষা করে, কিন্তু সেয়ে নাহে,
আরু গুপ্ত ধনতকৈয়ো তাক বড়কৈ বিচারে;
[22]সিবিলাকে মৈদাম পাব পারিলে,
আনন্দেরে উল্লাসিত হয়, আরু হর্ষ করে।
[23]যার পথ গুপ্ত থাকে, আরু ঈশ্বরে যার চারিওফালে বেরা দিলে,
এনে মানুহক কিয় পোহর দিয়া যায়?
[24]কিয়নো ময় খাবলৈ নৌ পাওঁতেই মোর হুমুনিয়াহ আহে,
আরু মোর কেঁকনি পানীর ধারর দরে ওলাই থাকে।

[25] কিয়নো মন্ন যিহকে ভয় করোঁ, সেয়ে মোলৈ ঘটে,
আৰু যিহলৈ আশঙ্কা করোঁ,সেয়ে মোলৈ আহে।
[26] মোর সুখ নাই, শান্তি নাই, বিশ্রামো নাই,
কিন্তু দুঃখহে আহি থাকে।

ইলীফজর প্রথম বক্তৃতা।

**৪** তেতিয়া তৈমনীয়া ইলীফজে উত্তর করি কলে,
[2] কোনোৱে তোমার লগত কথা কবলৈ আগ বাঢ়িলে, তুমি বেজার পাবা নে ?
কিন্তু কথা নোকোৱাকৈ কোনে থাকিব পারে?
[3] দেখা, তুমি অনেকক শিক্ষা দিছিলা,
দুর্ব্বল হাতক সবল করিছিলা;
[4] তোমার বাক্যই উজুটি খাই পড়িব খোজা লোককো ধরি রাখিছিল,
আৰু তুমি দুর্ব্বল আঁঠুক সবল করিছিলা।
[5] কিন্তু এতিয়া তোমালৈ তেনে হোৱাত তুমি বেজার পাইছা,
আৰু সেয়ে তোমাক স্পর্শ করাত তুমি ব্যাকুল হৈছা।
[6] তোমার ঈশ্বর-ভয়েই জানো তোমার বিশ্বাস-ভূমি নহয় ?
আৰু তোমার আচরণর সিদ্ধতাত জানো তোমার আশা নাই ?
[7] ভাবি চোৱাছোন, নির্দ্দোষী হৈ কোন কেতিয়া বিনষ্ট হৈছিল ?
আৰু সরল আচরণ করাবিলাক ক'ত সংহার হৈছিল ?
[8] মই দেখার দরে হলে, যিবিলাকে অধর্ম্মর ক্ষেতি করে,
আৰু ক্লেশরূপ কঠিয়া সিঁচে, সিহঁতে সেই রূপ শস্য দায়;
[9] সিহঁত ঈশ্বরর ফুঁতে বিনষ্ট হয়,
আৰু তেওঁর কোপরূপ প্রশ্বাসতে সংহার পায়।
[10] সিংহর গর্জ্জন, আৰু মৃগরাজর গোঁজরণি বন্ধ করা হয়,
আৰু ডেকা সিংহবোরর দাঁত ভঙ্গা হয়।
[11] আহারর অভাৱত পশুরাজে প্রাণত্যাগ করে;
সিংহিনীর পোৱালিবোর ঠান ঠান হয়।
[12] মোলৈ কথা এটা গুপ্তরূপে আহিল;
মোর কাণত তার ফুচ্‌ফুচনি পড়িল।
[13] রাতি সপোন দেখাত যেতিয়া ভাবনা আহে,
যেতিয়া মানুহবিলাক ঘোর নিদ্রা যায়,
[14] তেতিয়া মোলৈ ভয় আৰু কম্পন আহিল;
সেয়ে মোর হাড়বোর জোকার খুৱালে।
[15] তেতিয়া মোর আগেদি এক ছাঁ চলি গল;
তাতে মোর গার নোম শিঁয়রি উঠিল।
[16] সেয়ে রৈ থাকিল, কিন্তু মই তার আকৃতি নিশ্চয় করিব নোৱারিলোঁ;
এটা মূর্ত্তি মোর চকুর আগত আছিল;
মই মৃদু স্বর আৰু এটা বাণী শুনিলোঁ।
[17] "ঈশ্বরর সাক্ষাতে মর্ত্ত্য জানো ধার্ম্মিক হব পারে ?
বা আপোন সৃষ্টিকর্ত্তার সাক্ষাতে মনুষ্য জানো শুচি হব পারে ?
[18] দেখা, তেওঁ আপোনার দাসবিলাকতো বিশ্বাস নকরে,
আৰু আপোন দূতবিলাকরো ত্রুটির দোষ ধরে;
[19] তেন্তে, যিবিলাকে মাটির ঘরত বাস করে,
যিবিলাকর উৎপত্তি ধূলিত,
আৰু যিবিলাক পোকর সম্মুখত চূর্ণীকৃত হয়,
তেওঁ সিহঁতর আৰু কিমান অধিক ত্রুটির দোষ ধরিব !
[20] প্রভাত আৰু সন্ধ্যা কালর মাজত সিহঁতক গুড়ি করা হয়;
সিহঁত কোনোৱে মন নিদিয়াকৈ চিরকাললৈকে বিনষ্ট হৈ যায়।
[21] সিহঁতর আন্তরিক তাম্বু-জরী জানো সোলো-কোৱা নেযায় ?
সিহঁত মরে, এনে কি, অজ্ঞান অৱস্থাতেই মরে।"

**৫** মাতাছোন, কোনোবাই তোমাক উত্তর দিব নে ?
আৰু পবিত্র লোকর মাজত তুমি কালৈ মুখ করিবা ?
[2] কিয়নো মনর বেজারে অজ্ঞানক বধ করে,
আৰু অসূয়াই নির্ব্বোধক হত্যা করে।
[3] মই নিজে অজ্ঞানক শিপা ধরা দেখিলোঁ,
কিন্তু মই তৎক্ষণাৎ তার বাসস্থানক শাও দিলোঁ।
[4] তার সন্তানবিলাক নিস্তারর পরা দূর হল,
আৰু সিহঁতক রাজদুৱারত গুড়ি করা হল;

সিহঁতক উদ্ধার কৰোঁতা কোনো নাছিল।
[৫] ক্ষুধাতুৰ লোকে তাৰ শস্য খাই পেলালে,
কাঁইটৰ বেৰাও ভাঙি তাক নিলে,
আৰু ফান্দে সিহঁতৰ সম্পত্তিলৈ মুখ মেলিলে।
[৬] কিয়নো অমঙ্গল ধূলিৰ পৰা উৎপন্ন নহয়,
আৰু মাটিৰ পৰা ক্লেশ নগজে;
[৭] কিন্তু যেনেকৈ জুইৰ ফিৰিঙটি ওপৰলৈ উড়ে,
তেনেকৈ মানুহ দুঃখৰ নিমিত্তে জন্মে।
[৮] কিন্তু ময় হোৱা হলে ঈশ্বৰৰ গুৰিলৈ গলোঁ-হেঁতেন,
আৰু আপোন গোচৰ ঈশ্বৰৰ আগত উপস্থিত কৰিলোঁহেঁতেন।
[৯] অনুসন্ধান কৰিব নোৱৰা মহৎ কৰ্ম্মও তেওঁ কৰে;
অসংখ্য অদ্ভুত কাৰ্য্যও তেওঁ কৰে;
[১০] তেওঁ পৃথিবীৰ ওপৰত বৃষ্টি বৰষায়,
আৰু পথাৰৰ ওপৰত জল বোৱায়;
[১১] তেওঁ নীহ লোকবিলাকক ওখ কৰে,
আৰু শোকাতুৰবিলাক সৌভাগ্যলৈ উন্নত হয়।
[১২] তেওঁ ধূৰ্ত্তবোৰৰ কল্পনা ব্যৰ্থ কৰে;
তাতে সিহঁতৰ হাতে সিহঁতৰ অভিপ্ৰায় সাধন কৰিব নোৱাৰে।
[১৩] তেওঁ জ্ঞানী লোকবিলাকক সিহঁতৰ আপোনা-বিলাকৰ চতুৰতাত ধৰে;
তাতে কুটিলমনাবোৰৰ কল্পনা নিষ্ফল হৈ পড়ে।
[১৪] সিহঁতে দিনতেই আন্ধাৰৰ লগ পায়,
ৰাত্তিৰ নিচিনাকৈ দিন-দুপৰতে খপিয়াই ফুৰে।
[১৫] কিন্তু তেওঁ সিহঁতৰ মুখৰূপ তৰোৱালৰ পৰা,
আৰু পৰাক্ৰমীৰ হাতৰ পৰা দৰিদ্ৰক নিস্তাৰ কৰে।
[১৬] এই ৰূপে দীনহীনে আশা পায়,
আৰু অধৰ্ম্মই আপোনাৰ মুখ বন্ধ কৰে।
[১৭] দেখা, যি মানুহক ঈশ্বৰে শুধৰায়, সেই মানুহ ধন্য;
এই কাৰণে তুমি সৰ্ব্বশক্তিমানৰ শাস্তি হেয়জ্ঞান নকৰিবা।
[১৮] কিয়নো তেওঁ ঘা লগায়, আৰু তাক বান্ধে;
তেওঁ আঘাত কৰে, আৰু আপোন হাতেৰে তাক সুস্থ কৰে।
[১৯] তেওঁ ছয় সঙ্কটৰ পৰা তোমাক উদ্ধাৰ কৰিব;
এনে কি, সাত সঙ্কটতো অমঙ্গলে তোমাক স্পৰ্শ নকৰিব।
[২০] তেওঁ আকালত মৃত্যুৰ পৰা তোমাক মুক্ত কৰিব,
আৰু যুদ্ধত তৰোৱালৰ মুখৰ পৰা উদ্ধাৰ কৰিব,
[২১] তুমি জিবাস্বৰূপ চাবুকৰ কোবৰ পৰা লুকাই থাকিবা;
আৰু বিনাশ আহিলে তুমি তাৰ পৰা ভয় নেপাবা।
[২২] বিনাশ আৰু দুৰ্ভিক্ষ দেখিলে তুমি হাঁহিবা,
আৰু বনৰীয়া জন্তুৰ পৰা তুমি ভয় নেপাবা।
[২৩] কিয়নো পথাৰৰ শিলবোৰৰ লগত তোমাৰ সন্ধি হব,
আৰু বনৰীয়া জন্তুবোৰ তোমাৰ লগত শান্তভাবে থাকিব।
[২৪] তাতে তোমাৰ তাম্বু যে কুশলে আছে, তাক তুমি জানিবলৈ পাবা,
আৰু তোমাৰ চৰণী ঠাইত বুজ ললে, আশাত বঞ্চিত নহবা।
[২৫] আৰু তোমাৰ সন্তান-সন্ততি যে অধিক হব,
আৰু তোমাৰ বংশ যে পৃথিবীৰ তৃণৰ দৰে বাঢ়িব, ইয়াকো জানিবলৈ পাবা।
[২৬] ডাঙৰি যেনেকৈ উচিত সময়ত নিয়া হয়,
তেনেকৈ তোমাকো সম্পূৰ্ণ আয়ুসত মৈদামলৈ নিয়া হব।
[২৭] দেখা, এয়ে আমাৰ কথা, আমি বিবেচনা কৰি ইয়াকে স্বৰূপ পালোঁ;
তাক শুনা, আৰু তুমি নিজৰ ভালৰ অৰ্থে তাক গ্ৰহণ কৰা।

### ইয়োবৰ উত্তৰ।

৬ তেতিয়া ইয়োবে উত্তৰ কৰি কলে,
[২] অস, মোৰ মনৰ বেজাৰ জুখিব পৰা হলে,
আৰু তাৰ লগতে এফালে মোৰ ক্লেশকো দিব পৰা হলে, কেনে ভাল আছিল!
[৩] কিয়নো সেয়ে হোৱা হলে, ই সমুদ্ৰৰ বালিত্-কৈয়ো গধুৰ হলহেঁতেন;
এই হেতুকে মোৰ বাক্য অবিবেচনাযুক্ত।
[৪] কিয়নো সৰ্ব্বশক্তিমান জনাৰ বাণবোৰ মোৰ অন্তৰত সোমাল,

মোর প্ৰাণে সেইবোরর বিষ পান করিছে ;
ঈশ্বৰীয় ত্ৰাস-সৈন্তসমূহে মোর বিরুদ্ধে বেহু পাতিছে।
[৫] বনরীয়া গাধই ঘাঁহ পালে জানো চিঞৰে ?
বা গৰুৱে দানা পালে জানো হেম্বেলিয়ায় ?
[৬] যিহর সোৱাদ নাই, তাক জানো লোণ নিদিয়াকৈ খোৱা যায় ?
বা কনির বিজত জানো আস্বাদ আছে ?
[৭] মোর প্ৰাণে যি যি চুবলৈ অসন্মত,
সেইবোরেই মোর ঘিণলগীয়া আহারস্বরূপ হল।
[৮] অস, মোর নিবেদন সাফল হোৱা হলে,
আরু ঈশ্বরে মোর বাঞ্ছনীয় দিয়া হলে, কেনে ভাল আছিল !
[৯] অস, ঈশ্বরে অনুগ্রহ করি মোক গুড়ি করা হলে,
তেওঁ হাত মেলি মোক কাটি পেলোৱা হলে,
কেনে ভাল আছিল !
[১০] সেয়ে হোৱা হলেও ময় সান্ত্বনা পালোঁহেঁতেন,
এনে কি, ময় নিদারুণ যন্ত্রণাতো উল্লাস করিলোঁহেঁতেন ;
কিয়নো ময় পবিত্র জনার বাক্য অস্বীকার করা নাই।
[১১] মোর বল নো কি, যে, ময় অপেক্ষা করিম ?
আরু মোর শেষগতি নো কি, যে, ময় সহি থাকিম ?
[১২] মোর বল জানো শিলর বল ?
বা মোর মাংস জানো পিত্তলর ?
[১৩] ময় একেবারেই উপায়হীন নহওঁ নে ?
আরু বুদ্ধি-কৌশল মোর পরা সমুলি দূর করা নহল নে ?
[১৪] নিরাশ হৈ যোৱা জনে আপোন বন্ধুর পরা দয়া পাব লাগে ;
সেয়ে নহলে, কিজানি সি সর্ব্বশক্তিমান জনার ভক্তি ত্যাগ করিব।
[১৫] মোর ভাইবিলাক পর্ব্বতর জুরীর নিচিনা বিশ্বাসঘাতক,
বৈ শুকাই যোৱা জুরীর সোঁতর নিচিনা অবিশ্বাসী।
[১৬] সেইবোর বরফর কারণে ঘোলা হৈ পড়ে,
আরু হিম সেইবোরত লীন হৈ যায় ;
[১৭] কিন্তু জহকাল হোৱামাত্রে সেইবোর লুপ্ত হয়,
আরু ঘামকালত আপোন ঠাইর পরা নাইকিয়া হয়।
[১৮] সেইবোরর কোষে কোষে যোৱা পথিকদলবোরে বাট এরি,
উঠি গৈ অরণ্যত সোমাই বিনষ্ট হয়।
[১৯] তৈমার পথিকদলবোরে সেইবোরক বিচারে,
আরু চিবার যাত্রিকসমূহে সেইবোরলৈ অপেক্ষা করে ;
[২০] কিন্তু সিবিলাক আশাত বঞ্চিত হয়,
সিবিলাক সেই ঠাইলৈ গৈ হতাশ হয়।
[২১] কিয়নো এতিয়া তোমালোক একো নোহোৱা ;
তোমালোকে আপদ দেখি ভয় পাইছা।
[২২] ময় জানো তোমালোকক কৈছিলোঁ, যে, মোক কিছু দিয়া,
তোমালোকর সম্পত্তির পরা মোক উপহার দিয়া,
[২৩] বা শত্রুর হাতর পরা মোক রক্ষা করা,
নাইবা অত্যাচারীহঁতর হাতর পরা মোক মুক্ত করা ?
[২৪] মোক শিক্ষা দিয়া, তাতে ময় নিমাতে থাকিম ;
আরু মোর ভুল কি, তাক মোক বুজাই দিয়া।
[২৫] ন্যায় বাক্য কেনে বলৱান !
কিন্তু তোমালোকর তর্ক-বিতর্কত কি দোষ প্রকাশিত হয় ?
[২৬] নিরাশ হোৱা লোকর বাক্য বায়ুতুল্য দেখিও,
তোমালোকে কথাতেহে দোষ দিব খুজিছা নে ?
[২৭] তোমালোকে দেখোন পিতৃহীনরেই চিঠি খেলালাহেঁতেন,
আরু আপোন বন্ধুকো বেপারর বস্তু করিলাহেঁতেন।
[২৮] এতিয়া তোমালোকে অনুগ্রহ করি মোলৈ চোৱা ;
কিয়নো ময় স্বরূপেই তোমালোকর আগত মিছা কথা নকওঁ।
[২৯] ময় মিনতি করোঁ, তোমালোকে পুনরায় আরম্ভ করা, কোনো অন্যায় নহওক ;
আকৌ কওঁ, পুনরায় আরম্ভ করা, মোর ধার্ম্মিকতা এতিয়াও থিরে আছে।
[৩০] মোর জিবাত জানো অন্যায় আছে ?

মোর জিবাই জানো চাকি চাই মন্দ বিষয়র
আস্বাদ বুজিব নোৱারে ?

৭ পৃথিবী জানো মানুহলৈ রণ-ভূমি নহয় ?
আরু তার দিন কেইটা জানো বেচ খাই
বন করা লোকর দিনর নিচিনা নহয় ?
২ ছাঁলৈ হাবিয়াহ করা বন্দীর নিচিনাকৈ,
আরু আপোন বেচলৈ অপেক্ষা করা চাকরর
নিচিনাকৈ,
৩ অসার মাহ কেইটা অধিকারস্বরূপে মোক ভোগ
করোওৱা হৈছে,
আরু ক্লেশর রাত্তি কেইটা মোলৈ নিরূপিত
আছে।
৪ শোওঁতে ময় কওঁ, ময় কেতিয়া উঠিম ? রাত্তি
বড় দীঘল ;
ময় প্রভাতলৈকে চটফট করি আমনি পাওঁ।
৫ পোক আরু মাটির দলিয়েই মোর গা ঢকা
বস্ত্রস্বরূপ ;
মোর গার ঘাবোর শুকনিমুৱা ধরে, পাছে
আকৌ পকি যায়।
৬ মোর আয়ুস তাঁতীর মাকুতকৈয়ো বেগী,
আরু বিনা আশারে ঢুকাই যায়।
৭ তুমি ভাবি চোৱা, মোর প্রাণ নিশ্বাসমাত্র ;
মোর চকুৱে মঙ্গল আরু দেখিবলৈ নেপাব।
৮ মোক দর্শন করোঁতার চকুৱে মোক আরু নেদে-
খিব ;
তুমি নিজ চকুরে মোলৈ চাবা, কিন্তু ময় নাই-
কিয়া হম।
৯ মেঘ যেনেকৈ কমি কমি নাইকিয়া হয়,
সেই দরে চিয়োললৈ নামি যোৱা লোক আরু
নুঠিব।
১০ সি আপোনার ঘরলৈ আরু উলটি নাহিব,
আরু তার নিবাসর ঠায়ে তাক আরু নিচি-
নিব।
১১ এই হেতুকে ময় হলে মুখ জপাই নেথাকিম ;
ময় মনর সন্তাপত কথা কম ;
আরু হৃদয়র বেজারত দুঃখর কথা কৈ থাকিম।
১২ তুমি যে মোর ওপরত পরীয়া রাখা,
ময় জানো সাগর, বা সাগরর বৃহৎ জন্তু ?
১৩ ময় যেতিয়া কওঁ, যে, মোর খাটে মোক সান্ত্বনা
করিব,
মোর শয্যাই মোক দুঃখ-সহনত সহায় করিব,
১৪ তেতিয়া তুমি নানা সপোনেরে মোক ভয়
লগোৱা,
আরু সমাজিকেরে মোক ত্রাসযুক্ত করা ;
১৫ তাতে মোর প্রাণে উশাহ-নিরোধলৈ বাঞ্ছা
করে,
আরু মোর এই হাড় কেইডালতকৈ মৃত্যুকে
ইচ্ছা করে।
১৬ জীৱনত মোর ঘিণ লাগিছে, ময় সদায় জীয়াই
থাকিব নোখোজোঁ ;
মোক এরি দিয়া, কিয়নো মোর দিন কেইটা
ভাপস্বরূপ।
১৭ তুমি যে মানুহক বড় বুলি মানা,
তুমি যে তালৈ মন দিয়া,
১৮ তুমি যে প্রতিরাতিপুৱাতে তার বুজ-বিচার
লোৱা,
আরু নিমিষে নিমিষে তাক পরীক্ষা করা, সি
নো কি ?
১৯ তুমি নো মোর পরা চকু নাতরোৱাকৈ কিমান
কাল থাকিবা ?
বা ময় সেপ ঢোকা পর মানো মোক নেরিবা
নে ?
২০ হে মনুষ্যালৈ চকু দিওঁতা জনা, যদি ময় পাপ
করিলোঁ,
তেন্তে মোর কার্য্যর দ্বারায় তোমার কি হানি
হল ?
তুমি নো কি নিমিত্তে মোক আপোনার কাঁড়র
নিচান পাতিছা, যে,
মোর জীৱন মোলৈ ভারস্বরূপ হৈছে ?
২১ তুমি মোর দোষ কিয় ক্ষমা নকরা ?
আরু মোর অধর্ম্ম বা কিয় দূর নকরা ?
কিয়নো ময় এতিয়া ধূলিতে শয়ন করিম ;
তাতে তুমি মোক ভালকৈ বিচারিবা, কিন্তু ময়
নাইকিয়া হম।

বিলদদর প্রথম বক্তৃতা।

৮ তেতিয়া চূহীয়া বিলদদে উত্তর করি
কলে,
২ তুমি নো কিমান কাল এনেবোর কথা কৈ
থাকিবা ?
তোমার মুখর বাক্য কিমান কাল প্রচণ্ড বায়ু-
স্বরূপ হব ?

³ ঈশ্বরে জানো বিচার-বিরুদ্ধ কর্ম্ম করে ?
বা সর্ব্বশক্তিমান জনাই জানো ন্যায়র বিপরীত কার্য্য করে ?
⁴ যদিও তোমার সন্তানবিলাকে তেওঁর বিরুদ্ধে পাপ করিলে,
আরু তেওঁ সিবিলাকক আপোনাবিলাকর অধর্ম্মর ফল ভোগ করিবলৈ এরি দিলে,
⁵ তথাপি তুমি যদি যত্নেরে ঈশ্বরক বিচারা,
আরু সর্ব্বশক্তিমান জনার আগত নিবেদন করা,
⁶ তুমি যদি নির্ম্মল আরু সরল হোৱা,
তেন্তে তেওঁ অৱশ্যে এতিয়াও তোমার নিমিত্তে জাগি উঠিব,
আরু তোমার ধর্ম্ম-নিবাস পুনরায় কুশলযুক্ত করিব ;
⁷ আরু যদি তোমার পূর্ব্বর অৱস্থা সামান্য আছিল,
তথাপি তোমার শেষ-অৱস্থা অতিশয় ঐশ্বর্য্য-শালী হব।
⁸ কিয়নো পূর্ব্ব কালর লোকর কথা বিচার করি চোৱা,
আরু সিবিলাকর পিতৃবিলাকে মীমাংসা করি নিশ্চয় করা কথাত মনোযোগ করা ;
⁹ কিয়নো আমি কালির লোক, একোকে নেজানো,
কারণ পৃথিবীত আমার দিন কেইটা ছাঁস্বরূপ।
¹⁰ সিবিলাকেই তোমাক শিক্ষা দি নকব নে ?
আরু আপোনাবিলাকর অন্তরর পরা বাক্য মুলিয়াব নে ?
¹¹ বোকা নোহোৱাকৈ জানো গোগোল বাঢ়িব পারে ?
কুঁহিলা জানো পানী নোহোৱাকৈ বাঢ়ে ?
¹² সি জকমকাই উঠি আছোঁতে, কাটিবর সময় নৌ হওঁতেই,
আনবোর তৃণতকৈ আগেয়ে শুকাই যায়।
¹³ ঈশ্বরক পাহরা সকলোরে তেনেকুৱা গতি হয়,
আরু অধর্ম্মী জনর আশা সেই রূপে নষ্ট হয়।
¹⁴ তার ভারসা উচ্ছন্ন হয়,
আরু তার আশ্রয়-মকরার জালস্বরূপ হয়।
¹⁵ সি আপোন ঘরত আওজিব, কিন্তু সেয়ে থিরে নরব ;
সি খামোচ মারি ধরিব, কিন্তু সেয়ে নেথাকিব।
¹⁶ যি লতা সূর্য্যর আগত রসাল হয়,
যার ঠালবোর বারীত ব্যাপি যায়,
¹⁷ যার শিপাবোরে শিলর দ'মত মেরাই ধরে,
যি লতাই শিলর ভিতরলৈকে দেখিবলৈ পায়,
¹⁸ কিন্তু আপোন ঠাইর পরা উঘলা হলে,
যাক সেই ঠায়ে অস্বীকার করি কব, যে,
ময় তোমাক কেতিয়াও দেখা নাই,
সেই লোক এনে লতার নিচিনা।
¹⁹ দেখা, এয়ে তার গতির আমোদ ;
পাছে ধূলির পরা আনবোর উৎপন্ন হয়।
²⁰ দেখা, ঈশ্বরে সিদ্ধ লোকক দলিয়াই নেপেলাব,
আরু দুরাচারীহঁতর হাতত নধরিব।
²¹ তেওঁ যি কালত তোমার মুখ হাঁহিরে,
আরু তোমার ওঁঠ আনন্দ-ধ্বনিরে পূর করিব,
²² সেই কালত তোমাক ঘিণ করোঁতাবোরক লজ্জারূপ বস্ত্র পিন্ধোৱা হব ;
আরু দুষ্টবোরর তাম্বু নেথাকিব।

ইয়োবর উত্তর।

৯ তাতে ইয়োবে পুনরায় উত্তর করি কলে,
² ময় নিশ্চয়ে জানো, সেই কথা স্বরূপ ;
কিন্তু মর্ত্ত্যাই ঈশ্বরর সাক্ষাতে কি রূপে ধার্ম্মিক হব পারে ?
³ যদি সি তেৱেঁ সৈতে বাদানুবাদ করিব খোজে,
তেন্তে তেওঁক হাজার কথার মাজর এটীরো উত্তর দিব নোৱারিব।
⁴ তেওঁ অন্তরত জ্ঞানবান, আরু বলত পরাক্রমী ;
তেওঁর বিরুদ্ধে ডিঙি ঠর করি কোনে কেতিয়া উন্নতিলাভ করিলে ?
⁵ তেওঁ পর্ব্বতবোর স্থানান্তর করে ;
আরু তেওঁ সেইবোরক আপোন ক্রোধত লুটিয়াই পেলাওঁতে সেইবোরে একো গম নেপায়।
⁶ তেওঁ পৃথিবীক জোকারি নিজ ঠাইর পরা লরায় ;
তার স্তম্ভবোর থরথরকৈ কঁপে।
⁷ তেওঁ বারণ করিলে সূর্য্য উদয় নহয় ;
আরু তেওঁ তরাবোর বন্ধ করি মোহর মারে।
⁸ তেওঁ অকলেই আকাশ-মণ্ডলক বিস্তারিত করে,

আৰু চৌবোৰৰ ওপৰেদি অহা-যোৱা কৰে।
[৯] তেওঁ সপ্তর্ষি, মৃগশীর্ষ, কৃত্তিকা,
আৰু দক্ষিণদিশে থকা নক্ষত্র-ৰাশিৰ সৃষ্টি-
কৰ্ত্তা।
[১০] অনুসন্ধান পাব নোৱৰা মহৎ কৰ্ম্ম তেওঁ
কৰে;
অসংখ্য অদ্ভুত কাৰ্য্য তেওঁ কৰে।
[১১] দেখা, তেওঁ মোৰ ওচৰেদি যায়, কিন্তু মই
নেদেখোঁ;
তেওঁ মোৰ সম্মুখেদি গমন কৰে, তথাপি মই
তেওঁক অনুভৱ নকৰোঁ।
[১২] দেখা, তেওঁ ধৰি নিলে তেওঁক কোনে নিবা-
ৰণ কৰিব পাৰে?
তুমি কি কৰিছা বুলি তেওঁক কোনে কব
পাৰে?
[১৩] ঈশ্বৰে আপোন ক্রোধ সম্বৰণ নকৰে;
ৰাহবক সহায় কৰোঁতাবোৰ তেওঁৰ অধীনে
সেও হয়।
[১৪] তেন্তে এনে যি মই, মই কি প্রকাৰে তেওঁক
উত্তৰ দিম?
আৰু তেওঁক যুক্তি দেখুৱাবলৈ মই নো
কেনেকৈ কথা বাচি লম?
[১৫] মই ধাৰ্ম্মিক হলেও তেওঁৰ আগত উত্তৰ কৰিব
নোৱাৰোঁ,
মোৰ প্রতিবাদীৰ আগত নিবেদনহে কৰিব
লগা হওঁ।
[১৬] মই মাতিলে যদিও তেওঁ উত্তৰ দিয়ে,
তথাপি তেওঁ যে মোৰ মিনতিলৈ কাণ পাতিব,
মোৰ এনে বিশ্বাস নজন্মে।
[১৭] তেওঁ মোক প্রবল ধুমুহাত ভাঙিবহে,
আৰু অকাৰণে মোক বাৰে বাৰে ক্ষতবিক্ষতহে
কৰিব;
[১৮] তেওঁ মোক উশাহকে লব নিদিব,
কিন্তু মোক তিতাৰেহে পৰিপূৰ্ণ কৰিব।
[১৯] পৰাক্রমীৰ বলৰ কথাত হলে, তেওঁ কয়, দেখা,
মই আছোঁ,
আৰু বিচাৰৰ কথাত কয়, কোনে মোৰ
নিমিত্তে দিন নিৰূপণ কৰিব?
[২০] মই ধাৰ্ম্মিক হলেও মোৰ মুখে মোক দোষী
কৰিব;
মই সিদ্ধ হলেও তেওঁ মোক অপৰাধী পাতিব।
[২১] মই সিদ্ধ, মই নিজ প্রাণক নেমানি ইয়াকে
কওঁ;
জীৱনত মোৰ ঘিণ লাগিছে।
[২২] সকলো বিষয়তে একে, সেই দেখি মই কওঁ,
তেওঁ সিদ্ধ আৰু দুৰ্জ্জন এই দুয়োকো সংহাৰ
কৰে।
[২৩] আপদৰূপ চাবুকে যদি মানুহক অকস্মাতে
মাৰি পেলায়,
তেন্তে তেওঁ নিৰ্দ্দোষীবিলাকৰ নৈৰাশ দেখি
হাঁহিব।
[২৪] পৃথিৱী দুৰ্জ্জনৰ হাতত সোধাই দিয়া হয়;
তেওঁ তাৰ বিচাৰকৰ্ত্তাবিলাকৰ মুখ ঢাকে;
যদি তেওঁ নহয়, তেন্তে তাক নো কোনে
কৰে?
[২৫] মোৰ দিন কেইটা ডাকোৱালতকৈয়ো বেগী;
একো মঙ্গল নেদেখাকৈ সেইবোৰ বেগাই যায়।
[২৬] সেইবোৰ বেগী নাৱৰ দৰে চলি যায়,
বা আহাৰৰ ওপৰত চোঁ মৰা কুৰৰ পক্ষীৰ
নিচিনাকৈ যায়।
[২৭] যদিও মই কওঁ, যে, মোৰ দুঃখৰ কথা পাহৰি
যাম,
আৰু ম্লানমুখ দূৰ কৰি প্রসন্ন হম,
[২৮] তথাপি, তুমি মোক নিৰ্দ্দোষী জ্ঞান নকৰিবা
বুলি জানি,
মোৰ সকলো যাতনাত মই জিকাৰি উঠোঁ।
[২৯] মই দোষী হবই লাগিব;
তেন্তে কিয় মই অনৰ্থক পৰিশ্ৰম কৰোঁ?
[৩০] যদি মই হিমৰ পানীত গা ধোওঁ,
আৰু খাৰেৰে হাত নিকা কৰোঁ,
[৩১] তথাপি তুমি মোক খালত জুবুৰিয়াবা,
আৰু মোৰ নিজৰ বস্ত্ৰয়ো মোক ঘিণ কৰিব।
[৩২] কিয়নো তেওঁ মোৰ নিচিনা মানুহ নহয়, যে,
মই তেওঁক উত্তৰ দিম,
বা দুয়ো একেলগে বিচাৰস্থানলৈ যাম।
[৩৩] আমাৰ দুয়োৰো ওপৰত হাত দিব পৰা
এনেকুৱা মধ্যস্থ কোনো নাই।
[৩৪] তেওঁ মোৰ ওপৰৰ পৰা আপোনাৰ দণ্ডডালি
আঁতৰাওক,
আৰু তেওঁৰ ভয়ানকতাই মোক ভয় নলগাওক;
[৩৫] তেতিয়া মই কথা কম, তেওঁক ভয় নকৰিম;

কিয়নো ময় নিজে তেনেকুৱা নহওঁ।

১০ মোৰ জীৱনত মোৰ প্ৰাণৰ আমনি লাগিছে;
ময় মুক্তকণ্ঠে আপোন দুঃখৰ কথা কম;
ময় হৃদয়ৰ বেজাৰত কথা কম।
২ ময় ঈশ্বৰক কম, তুমি মোক দোষী নকৰিবা;
মোৰ লগত তোমাৰ কি গোচৰ আছে, তাক মোক বুজাই দিয়া।
৩ তুমি উপদ্ৰৱ কৰিবলৈ,
তোমাৰ হাতৰ কাৰ্য্য তুচ্ছ কৰিবলৈ,
আৰু দুষ্টবোৰৰ মন্ত্ৰণাত প্ৰসন্ন হবলৈ তুমি জানো ভাল দেখিছা?
৪ তোমাৰ চকু জানো চৰ্ম্ম-চকু?
আৰু তোমাৰ দৃষ্টি জানো মানুহৰ দৃষ্টিৰ নিচিনা?
৫ ময় যে দুষ্ট নহওঁ,
আৰু তোমাৰ হাতৰ পৰা যে উদ্ধাৰ কৰোঁতা মোৰ কোনো নাই, ইয়াক জানিও,
৬ তুমি যে মোৰ অপৰাধ অনুসন্ধান কৰিছা,
আৰু মোৰ পাপৰ বুজ-বিচাৰ লৈছা,
৭ তোমাৰ আয়ুস জানো মানুহৰ আয়ুসৰ তুল্য?
বা তোমাৰ বছৰবোৰ জানো মানুহৰ দিন কেইটাৰ দৰে?
৮ তোমাৰ হাতে মোক গঠন আৰু নিৰ্ম্মাণ কৰিলে,
মোৰ সৰ্ব্বাঙ্গ সংলগ্ন কৰিলে; তথাপি তুমি মোক বিনষ্ট কৰিছা।
৯ সোঁৱৰণ কৰা, তুমি মাটিৰ পাত্ৰৰ দৰে মোক গঢ়িলা;
পাছে আকৌ মোক ধূলিলৈ নিবা নে?
১০ তুমি গাখীৰৰ দৰে মোক ঢলা নাই নে?
আৰু থমা দৈৰ দৰে মোক ঘন কৰা নাই নে?
১১ তুমি মোক মাংস আৰু ছালেৰে ঢাকিলা;
হাড় আৰু শিৰেৰে মোক বলা।
১২ তুমি অনুগ্ৰহ কৰি মোক জীৱন দান কৰিলা;
তোমাৰ তত্বাৱধাৰণত মোৰ আত্মা প্ৰতিপালিত হৈছে।
১৩ তথাপি ময় জানিছোঁ, তোমাৰ এই ভাব আছিল,
তুমি এই সকলোকে আপোন মনত গুপুতকৈ ৰাখিছিলা, যে,
১৪ ময় পাপ কৰিলে তুমি মোক চিনি ৰাখিবা,
আৰু মোৰ অপৰাধ ক্ষমা নকৰিবা;
১৫ ময় দুষ্ট হলে, মোৰ সন্তাপ হব,
ধাৰ্ম্মিক হলেও ময় অপমানেৰে পৰিপূৰ্ণ হৈ,
নিজৰ ক্লেশ দেখি মূৰ তুলিব নোৱাৰিম;
১৬ মূৰ তুলিলে, তুমি সিংহৰ নিচিনাকৈ মোক মৃগয়া কৰিবা,
আৰু মোৰ অহিতে বাৰে বাৰে বিস্ময়জনক পৰাক্ৰম দেখুৱাবা;
১৭ তুমি মোৰ অহিতে নতুন নতুন সাক্ষী আনিবা,
মোৰ অহিতে তোমাৰ ক্ৰোধ বঢ়াবা,
আৰু মোৰ লগত নতুন নতুন সৈন্যদলে যুদ্ধ কৰিব।
১৮ তেন্তে তুমি মোক গৰ্ভৰ পৰা কিয় বাহিৰ কৰিলা?
নকৰা হলে, ময় মৰিলোঁহেঁতেন আৰু কাৰো চকুৱে মোক নেদেখিলেহেঁতেন;
১৯ ময় নোহোৱাৰ নিচিনা হলোঁহেঁতেন,
আৰু গৰ্ভৰ পৰাই মোক মৈদামলৈ নিলেহেঁতেন।
২০ মোৰ দিন কেইটা তাকৰ নহয় নে? তেন্তে ক্ষান্ত হোৱা।
২১ য'ৰ পৰা ময় উলটি নাহিম,
এনে অন্ধকাৰ আৰু মৃত্যুচ্ছায়াৰ দেশলৈ যোৱাৰ আগেয়ে,
অলপমান সান্ত্বনা পাবলৈ মোক এৰি দিয়া;
২২ সেই দেশ মাজ নিশাৰ নিচিনা ঘোৰ অন্ধকাৰ,
সেই দেশ মৃত্যুচ্ছায়াৰ দেশ, তাত একো চিজিল নাই;
তাত পোহৰেই আন্ধাৰৰ নিচিনা।

চোফৰৰ প্ৰথম বক্তৃতা।

১১ তাতে নামাথীয়া চোফৰে উত্তৰ কৰি কলে,
২ ইমান অধিক কথাৰ নো উত্তৰ দিয়া নেযাব নে?
কথাবাহী মানুহক জানো নিৰ্দ্দোষী কৰা হব?
৩ তোমাৰ বলকনিয়ে জানো মানুহক নিমাত কৰিব?
তুমি নিন্দা কৰিলে, কোনেও তোমাক লাজ নিদিব নে?

⁴ কিয়নো তুমি কৈছা, "মোর মত ঠিক,
আৰুময় তোমার দৃষ্টিতে শুচি।"
⁵ কিন্তু অস, ঈশ্বরে অনুগ্রহ করি কথা কোৱা হলে,
আৰু তোমার বিরুদ্ধে আপোন মুখ মেলি,
⁶ জ্ঞানর নিগূঢ় বিষয় প্রকাশ করি,
ঈশ্বরর বুদ্ধি-কৌশল যে অনেক প্রকার, তাক তেওঁ তোমাক জনোৱা হলে, কেনে ভাল আছিল ?
এই হেতুকে তুমি জানিবা, যে,
ঈশ্বরে তোমার অপরাধর অধিক ভাগ এরি পেলাইছে।
⁷ তুমি অনুসন্ধান করি ঈশ্বরর তত্ত্ব পাব পারা নে ?
তুমি সর্ব্বশক্তিমান জনার সম্পূর্ণ তত্ত্ব লাভ করিব পারা নে ?
⁸ সেয়ে আকাশ-মণ্ডলর নিচিনা ওখ ; তুমি কি করিব পারা ?
সেয়ে চিয়োলতকৈ অগাধ ; তুমি কি জানিব পারা ?
⁹ তার পরিমাণ পৃথিবীতকৈয়ো দীঘল,
আৰু সমুদ্রতকৈয়ো বহল।
¹⁰ তেওঁ এই পোনে আহি যদি কোনোক আটক করি থয়, আৰু বিচার-সভা পাতে,
তেন্তে কোনে তেওঁক নিবারণ করিব পারে ?
¹¹ কিয়নো তেওঁ দুষ্ট লোকক জানে,
আৰু মন নকরিও অধর্ম্ম দেখে।
¹² কিন্তু অসার মানুহ জ্ঞানশূন্য,
এনে কি, মনুষ্য জন্মরে পরা বনরীয়া গাধর পোৱালিস্বরূপ।
¹³ তুমি যদি আপোন মন শুদ্ধ করা,
আৰু তেওঁর ফাললৈ হাত মেলা,
¹⁴ ( কিন্তু হাতত অধর্ম্ম থাকিলে তাক দূর করা,
আৰু দুষ্টতাক আপোন তাম্বুত থাকিব নিদিবা ; )
¹⁵ তেন্তে তুমি অবশ্যে নিষ্কলঙ্ক মুখ তুলিব পারিবা,
এনে কি, তুমি সুস্থিরে থাকিবা, ভয় নেপাবা,
¹⁶ কিয়নো তোমার দুঃখ তুমি পাহরি যাবা,
বা বৈ গৈ নাইকিয়া হোৱা পানীর দরে মনত লাগিব।
¹⁷ তোমার জীবন দুপরীয়াতকৈ নির্ম্মল হব,
আৰু আন্ধার হলেও, সেয়ে প্রভাতর নিচিনা হব।
¹⁸ আশা থকাত তুমি সাহীয়াল হবা ;
আৰু চারিওফালে বুজ-বিচার লৈ নিশ্চিন্তমনে বিশ্রাম করিবা।
¹⁹ তুমি শোওঁতে কোনেও তোমাক ভয় নলগাব ;
বরং অনেকে তোমার আগত নিবেদন করিব।
²⁰ কিন্তু দুষ্টবোরর চকু নিস্তেজ হব,
সিহঁতর আশ্রয় নষ্ট হব,
আৰু প্রাণত্যাগেই সিহঁতর আশা হব।

ইয়োবর উত্তর।

**১২** পাছে ইয়োবে পুনরায় উত্তর করি কলে,
² হয় হয়, তোমালোকেইহে মানুহ ;
মরিলে জ্ঞান তোমালোকর লগতে যাব।
³ কিন্তু তোমালোকর নিচিনা মোরো বুদ্ধি আছে ;
তোমালোকতকৈ ময় নিকৃষ্ট নহওঁ ;
এনেবোর কথা কোনে নেজানে ?
⁴ ঈশ্বরর আগত প্রার্থনা করি উত্তর পোৱা যি ময়,
ময়েই বন্ধুর হাঁহিয়াতর পাত্র হৈছোঁ ;
ধার্ম্মিক সিদ্ধ পুরুষ জন হাঁহিয়াতর পাত্র হৈছে।
⁵ নিরাপদে থকা লোকর মানত বিপদ অপমানর বিষয় ;
পিচল খাই পড়িব লগীয়াবিলাকলৈ সেয়ে বাট চাই থাকে।
⁶ ডকাইতবোরর তাম্বু কুশলে থাকে ;
যার হাতত ঈশ্বরে অধিক ধন-সম্পত্তি সোধাই দিছে.
ঈশ্বরর বিরক্ত জন্মোৱা এনেবোর লোক নির্ব্বিঘ্নে থাকে।
⁷ কিন্তু পশুবোরক সোধাচোন, সেইবোরে তোমাক শিক্ষা দিব ;
আৰু আকাশর পক্ষীবোরক সোধা, সেইবোরেও তোমাক কৈ দিব।
⁸ নাইবা পৃথিবীকো কোৱাচোন, সিও তোমাক শিক্ষা দিব ;

আৰু সমুদ্ৰৰ মাছবোৰেও তোমাক কব।
৯ এই সকলোৰে দ্বাৰায় কোনে নেজানে, যে,
যিহোৱাৰ হাতে সেই ৰূপে কৰে ?
১০ তেওঁৰেই হাতত সকলো জীৱজন্তুৰ প্ৰাণ,
আৰু সমুদায় মনুষ্যজাতিৰ জীৱাত্মা আছে।
১১ জিবাই যেনেকৈ আহাৰৰ আস্বাদ লয়,
তেনেকৈ কাণে জানো কথাৰ পৰীক্ষা নকৰে ?
১২ প্ৰাচীনবিলাকৰ মাজত জ্ঞান আছে,
দীৰ্ঘ আয়ুসত বুদ্ধি থাকে।
১৩ জ্ঞান আৰু পৰাক্ৰম তেওঁৰ তাত্‌হে আছে ;
পৰামৰ্শ আৰু বুদ্ধি তেওঁৰহে।
১৪ দেখা, তেওঁ ভাঙ্গি পেলালে তাক পুনৰায় সজা নেযায় ;
তেওঁ মানুহক বন্ধ কৰিলে তাক মুকলি কৰা নেযায়।
১৫ দেখা, তেওঁ জলসমূহক আটক কৰে, তাতে সেইবোৰ শুকাই যায় ;
আকৌ সেইবোৰক উলিয়াই দিয়ে,
তাতে সেইবোৰে পৃথিবীখন লণ্ডভণ্ড কৰে।
১৬ পৰাক্ৰম আৰু বুদ্ধি-কৌশল তেওঁৰ তাত্‌হে ;
প্ৰবঞ্চক আৰু প্ৰবঞ্চিত লোক এই দুয়ো তেওঁৰহে।
১৭ তেওঁ মন্ত্ৰীবিলাকক সৰ্ব্বস্বহীন কৰি লৈ যায়,
আৰু বিচাৰকৰ্ত্তাবিলাকক হতবুদ্ধি কৰে।
১৮ তেওঁ ৰজাবিলাকৰ ক্ষমতা গুচায়,
আৰু সিবিলাকৰ কঁকালত ডোল লগায়।
১৯ তেওঁ পুৰোহিতবিলাকক সৰ্ব্বস্বহীন কৰি লৈ যায়,
আৰু পৰাক্ৰমীবিলাকক বিনষ্ট কৰে।
২০ তেওঁ বিশ্বাসীবিলাকৰ বাক-শক্তি দূৰ কৰে,
আৰু বৃদ্ধবিলাকৰ বিবেচনা-শক্তি কাঢ়ি নিয়ে।
২১ তেওঁ ডাঙৰীয়াবিলাকৰ ওপৰত অপমান বৰষায়,
আৰু বলৱন্তবিলাকৰ কঁকালৰ বান্ধ ঢিলা কৰে।
২২ তেওঁ আন্ধাৰৰ পৰা নিগূঢ় বিষয়বোৰ প্ৰকাশ কৰে,
আৰু মৃত্যুচ্ছায়াকো পোহৰলৈ আনে।
২৩ তেওঁ জাতিবিলাকক উন্নতিপ্ৰাপ্ত কৰে, আৰু বিনষ্টও কৰে ;
তেওঁ জাতিবিলাকক বিস্তাৰিত কৰে, আৰু লৈয়ো যায়।
২৪ তেওঁ পৃথিবীৰ লোকবিলাকৰ মুখ্যসকলৰ বুদ্ধি দূৰ কৰে,
আৰু পথ নোহোৱা অৰণ্যৰ মাজেদি সিবিলাকক ভ্ৰমণ কৰায়।
২৫ সিবিলাকে পোহৰ নেপাই আন্ধাৰৰ মাজত খপিয়াই ফুৰে ;
তেওঁ সিবিলাকক মতলীয়াৰ নিচিনাকৈ ঢলংপলং কৰি ফুৰায়।

১৩ দেখা, মোৰ চকুৱে এই সকলোকে দেখিলে, আৰু নিজ কাণেৰে শুনি তাক বুজিলোঁ।
২ তোমালোকে যি জানা, ময়ো তাক জানো ;
ময় তোমালোকত্‌কৈ নিকৃষ্ট নহওঁ।
৩ কিন্তু ময় সৰ্ব্বশক্তিমান জনাকৃহে কথা কম,
আৰু ময় ঈশ্বৰৰ লগত্‌হে বাদ-বিচাৰ কৰিব খুজিছোঁ।
৪ কিন্তু তোমালোক হলে মিছা কথা সাজোঁতা,
আৰু তোমালোক সকলোৱেই অকামিলা বেজ।
৫ অস, তোমালোক একেবাৰে নিমাত হৈ থকা হলে, কেনে ভাল আছিল !
সেয়ে তোমালোকৰ পক্ষে জ্ঞানৰ কাৰ্য্য বুলি গণিত হলহেঁতেন।
৬ এতিয়া মোৰ তিৰস্কাৰ শুনা,
আৰু মোৰ মুখৰ অনুযোগ-বাক্যলৈ কাণ পাতা।
৭ তোমালোকে ঈশ্বৰৰ পক্ষ হৈ অন্যায়ৰ কথা কবা নে ?
আৰু তেওঁৰ পক্ষ হৈ প্ৰবঞ্চনা-বাক্য বুলিবা নে ?
৮ তোমালোকে তেওঁৰেই পক্ষপাত কৰিবা নে ?
তোমালোকে ঈশ্বৰেই পক্ষ হৈ প্ৰতিবাদ কৰিবা নে ?
৯ তেওঁ বিচাৰি বিচাৰি তোমালোকৰ তত্ত্ব উলিয়ালে তোমালোকৰ মঙ্গল হব নে ?
বা মানুহক ফাঁকি দিয়াৰ দৰে জানো তোমালোকে তেওঁক ফাঁকি দিব পাৰা ?
১০ তোমালোকে যদি গুপুতে পক্ষপাত কৰা,
তেন্তে তেওঁ অৱশ্যে তোমালোকক দণ্ড দিব।

১১ তেওঁর প্রতাপে তোমালোকক ত্রাসযুক্ত নকরিব নে?
তেওঁর ভয়ানকত্তাত জানো তোমালোকে ভয় নকরিবা?
১২ তোমালোকর সোঁৱরণীয় বচনমালা ভস্মস্বরূপ দৃষ্টান্ত কথা মাথোন,
তোমালোকর হেতুবাদ ধূলির গড়স্বরূপ।
১৩ তোমালোকে মনে মনে থাকা, মোকেই কথা কবলৈ এরি দিয়া;
মোলৈ যি ঘটে, ঘটোক।
১৪ ময় কিয় মোর মাংস দাঁতত লৈ থাকিম?
মোর প্রাণ মোর হাততেই রাখিম।
১৫ দেখা, তেওঁ মোক বধ করিব, ময় তেওঁলৈ অপেক্ষা করি থাকিম;
তথাপি তেওঁর আগত মোর আচরণর নির্দ্দোষীতা প্রমাণ করিম।
১৬ এয়েই মোর পরিত্রাণর উপায়ো হব, যে,
অধর্ম্মী লোক তেওঁর আগত থিয় হব নোৱারিব।
১৭ মনোযোগ করি মোর কথা শুনা;
মোর বাক্য তোমালোকর কাণত সোমাওক।
১৮ দেখা, মোর গোচর ময় ঠিক্‌ঠাক করি থৈছোঁ;
ময় যে নির্দ্দোষী হওঁ, তাক ময় জানো।
১৯ মোর লগত প্রতিবাদ করিব পরা কোন আছে?
যদি আছে, তেন্তে ময় নিমাত হৈ প্রাণত্যাগ করিম।
২০ তুমি কেৱল দুটা কার্য্য মোলৈ নকরিবা;
তাতে ময় তোমার সম্মুখর পরা নিজকে নুলুকুৱাম।
২১ মোর ওপরর পরা তোমার হাত আঁতরাই নিয়া,
আরু তোমার ভয়ানকতাই মোক ভয় নলগাওক।
২২ তেতিয়া তুমি মোক মাতিবা, ময় উত্তর দিম;
বা ময় কম, তুমি উত্তর দিবা।
২৩ মোর অপরাধ আরু পাপ কিমান?
মোর অধর্ম্ম আরু পাপ মোক জনোৱা।
২৪ তুমি কিয় আপোন মুখ লুকুৱাইছা,
আরু মোক তোমার শত্রু যেন মানিছা?
২৫ উড়ুৱাই নিয়া পাতক তুমি জানো ত্রাসযুক্ত করিবা?
আরু শুকান ঘলাক জানো খেদি যাবা?
২৬ কিয়নো তুমি মোর বিরুদ্ধে তিতা লগা কথা লিখি থৈছা,
আরু মোক যৌৱন-কালর অপরাধর ফল ভোগ করাইছা।
২৭ যদিও ময় ক্ষয়নীয় পচা বস্তুর নিচিনা,
আরু পোকে খোৱা বস্ত্রর সদৃশ,
২৮ তথাপি তুমি মোর ভরি কুন্দাত বন্ধ করিছা,
মোর সকলো পথ চিনি রাখিছা,
আরু মোর ভরির চারিওফালে সীমার আঁক টানিছা।

১৪ তিরুতার গর্ভত জন্ম পোৱা যি মনুষ্য,
সি অলপদিনীয়া আরু দুঃখেরে পরিপূর্ণ।
২ সি ফুলর দরে ফুলে, আরু জঁয় পড়ে;
সি ছাঁর দরে বেগেরে চলি যায়, স্থির হৈ নেথাকে;
৩ এনে লোকলৈ তুমি চকু মেলিছা,
আরু এনেকুৱা যি ময়, মোকেই তোমার লগত বিচারস্থানলৈ লৈ গৈছা।
৪ অশুচির পরা শুচি কোনে উলিয়াব পারে?
কোনেও নোৱারে।
৫ তার আয়ুসর দিন নিশ্চয় করা হল,
তার মাহর সংখ্যা তুমি জানি আছা,
আরু সি পার হব নোৱরাকৈ তুমি তার সীমা স্থাপন করিলা;
৬ সেই দেখি, বেচ খোৱার দরে সি আপোনার দিন পূর্ণ নকরেমানে,
সি জিরণি পাবলৈ তুমি তার পরা চকু আঁতরাই নিয়া।
৭ কিয়নো গছর আশা আছে,
তাক কাটিলেও সি আকৌ পোখা মেলে,
আরু তার কোমল গজালির অভাব নহয়।
৮ যদি মাটিত তার শিপা বুঢ়া হয়,
আরু ভূমিত তার মূঢ়াটো মরে,
৯ তথাপি পানীর গোন্ধ পালে তার গজালি ওলায়,
আরু নতুন্‌কৈ রোৱা গছপুলির দরে ঠাল মেলে।
১০ কিন্তু মানুহ মরে, আরু ক্ষয় পায়;

মনুষ্যই প্ৰাণত্যাগ করিলে ক'ত থাকিব আৰু ?
[11] যেনেকৈ জলাহৰ পানী ঢুকাই যায়,
আৰু নৈৰ পানী শুকাই সমুলি নাইকিয়া হয়,
[12] সেই ৰূপে মানুহ শুলে মুঠে আৰু ;
আকাশ-মণ্ডল লুপ্ত নহয়মানে সিবিলাকে সাৰ নেপায়,
আৰু সিবিলাকক নিদ্ৰাৰ পৰা জগোৱা নহয়।
[13] অস, তুমি মোক চিয়োলত লুকুৱাই থোৱা হলে,
তোমাৰ ক্ৰোধ মাৰ নেযায়মানে মোক গুপুতকৈ ৰখা হলে,
তুমি মোৰ নিমিত্তে এক সময় নিৰূপণ কৰি,
মোক সোঁৱৰণ কৰা হলে, কেনে ভাল আছিল !
[14] মানুহ মৰিলে পুনৰায় জীব নে ?
যদি জীয়ে, তেন্তে মোক বদলি নকৰেমানে,
ময় তোমাৰ সৈন্যবৃত্তিৰ দিন কেইটা বাট চাই থাকিম।
[15] তেতিয়া তুমি মাতিবা, আৰু ময় উত্তৰ দিম ;
তেতিয়া তুমি আপোন হাতে কৰা কৰ্ম্মলৈ হাবিয়াহ কৰিবা।
[16] কিন্তু এতিয়া তুমি মোৰ ভৰিৰ খোজকো লেখ কৰিছা ;
তুমি মোৰ পাপলৈ জানো চকু দি থকা নাই ?
[17] মোৰ অধৰ্ম্ম থৈলাত বন্ধ কৰি মোহৰ মৰা হৈছে,
আৰু তুমি মোৰ অপৰাধ মোনাত ভৰাই বান্ধি থৈছা।
[18] কিন্তু পৰ্ব্বতো পড়ি নাইকিয়া হয়,
আৰু বৃহৎ শিলকো আপোন ঠাইৰ পৰা গুচুউৱা হয়।
[19] পানীয়ে শিলবোৰকো ক্ষয় নিয়ায়,
তাৰ ঢল উঠি আহি পৃথিবীৰ মাটি খহাই লৈ যায় ;
সেই ৰূপে তুমি মানুহৰ আশাকো ভঙ্গ কৰা।
[20] তুমি তাক একেবাৰে মৰণান্তিক আঘাত কৰাত, সি লোকান্তৰলৈ যায়।
তুমি তাৰ মুখ বিকৃত কৰি তাক পঠাই দিয়া।
[21] তাৰ পুতেকবিলাক মৰ্য্যাদাবন্ত হলে, তাক সি নেজানে ;
আৰু সিহঁতৰ হীনাবস্থা হলেও, সি তাৰ গম নেপায়।
[22] কিন্তু তাৰ নিজৰ শৰীৰে বেদনা পায়,
আৰু তাৰ অন্তৰত থকা হৃদয়ে শোক কৰে।

ইলীফজৰ দ্বিতীয় বক্তৃতা।

**১৫** তাতে তৈমনীয়া ইলীফজে পুনৰায় উত্তৰ কৰি কলে,
[2] জ্ঞানবানে জানো অনৰ্থক জ্ঞানেৰে উত্তৰ দিয়ে,
বা পুবৰ বায়ুৰে উদৰ পূৰ কৰে ?
[3] সি জানো নিষ্ফল কথাৰে যুক্তি দেখুৱায়,
বা অনুপকাৰী বাক্যেৰে বাদানুবাদ কৰে ?
তুমি হলে এই সকলোকে কৰিছা,
[4] এনে কি, তুমি ঈশ্বৰ-ভয়কো ত্যাগ কৰিছা,
আৰু ঈশ্বৰৰ সাক্ষাতে ভক্তিও কম কৰিছা।
[5] কিয়নো তোমাৰ মুখেই তোমাৰ অপৰাধ প্ৰকাশ কৰিছে,
আৰু তুমি ধূৰ্ত্তবোৰৰ জিবা মনোনীত কৰিছা।
[6] তোমাৰ মুখেই তোমাক দোষী কৰিছে, ময় কৰা নাই ;
তোমাৰ ওঁঠেই তোমাৰ অহিতে সাক্ষ্য দিছে।
[7] মনুষ্যজাতিৰ মাজত তুমি প্ৰথমে জন্ম পোৱা নে ?
আৰু পৰ্ব্বতবোৰৰ পূৰ্ব্বেই জানো তোমাৰ জন্ম হৈছিল ?
[8] তুমি ঈশ্বৰৰ সভাত মন্ত্ৰণা শুনিছিলা নে ?
আৰু তোমাৰ নিজৰ নিমিত্তে জ্ঞান ৰাখি থৈছা নে ?
[9] তুমি নো আমি নজনা কথা কি জানা ?
তুমি নো আমি নুবুজা কথা কি বুজিছা ?
[10] আমাৰ মাজত বেচী বয়সীয়া আৰু পকাচুলীয়াও আছে ;
তেওঁবিলাক তোমাৰ পিতৃতকৈয়ো অতি বৃদ্ধ।
[11] ঈশ্বৰৰ সান্ত্বনা-বাক্যবোৰ তোমাৰ জ্ঞানত ক্ষুদ্ৰ নে ?
আৰু তোমাৰ লগত কৰা মৃদু আলাপ ক্ষুদ্ৰ জ্ঞান কৰিছা নে ?
[12] তুমি যে ঈশ্বৰৰ বিৰুদ্ধে জ্বলি উঠিছা,
আৰু এনে কথা মুখৰ পৰা উলিয়াইছা,
[13] তোমাৰ মনক নো কিহে এনেকৈ বিপথলৈ নিয়ে ?

আরু তোমার চকু নো কিয় ইমান্‌কৈ তিৰ্বিরাইছে ?
[14] মৰ্ত্ত্য নো কি, যে, সি শুচি হব পারে ?
তিরুতার গর্ভত জন্ম পোৱা মনুষ্য নো কি, যে, সি ধাৰ্ম্মিক হব পারে ?
[15] দেখা, তেওঁ আপোনার পবিত্রবিলাকতো বিশ্বাস নকরে,
এনে কি, আকাশ-মণ্ডলো তেওঁর দৃষ্টিত নিৰ্ম্মল নহয়।
[16] তেন্তে, জলর দরে অধৰ্ম্ম পান করোঁতা, ঘৃণনীয় আরু ভ্রষ্ট মনুষ্য
কিমান কম পরিমাণে শুচি হব পারে !
[17] ময় তোমাক কওঁ, মোর কথা শুনা ;
যি দেখিলোঁ, ময় তাক প্রকাশ করোঁ ;
[18] যিবিলাকর হাতত দেশ সোধাই দিয়া হৈছিল,
আরু যিবিলাকর মাজত কোনো বিদেশী ফুরা নাছিল,
[19] জ্ঞানীবিলাকে আপোনাবিলাকর এনেকুৱা পিতৃ-সকলর পরা শুনি,
গুপুতে নেরাখি এই কথা কয়,
[20] দুষ্টই আপোন জীৱনর সকলো দিনত ক্লেশ পায়,
অত্যাচারী জনে আপোনার নিরূপিত বছর কেইটা অসুখেরে কটায়।
[21] ভয়র শবদ তার কাণতে থাকে ;
সম্পদর কালতো বিনাশকে তাক আক্রমণ করে।
[22] সি যে আন্ধারর পরা উলটি আহিব, তাক সি বিশ্বাস নকরে ;
তরোৱালে তালৈ বাট চাই আছে।
[23] সি আহারর নিমিত্তে ভ্রমণ করি কয়, ক'ত আছে ?
সি জানে, যে, আন্ধারর দিন তার ওচরতে উপস্থিত আছে।
[24] ক্লেশ আরু মনর তাপে তাক ভয় দেখুৱায় ;
যুদ্ধর নিমিত্তে সাজু হোৱা রজার দরে,
সেই দুটাই তাক পরাজয় করে।
[25] কারণ, সি ঈশ্বরর অহিতে হাত মেলিলে,
আরু সৰ্ব্বশক্তিমান জনার বিরুদ্ধে গৰ্ব্ব-আচরণ করিলে

[26] সি ফের পাতি ঢালর ডাঠ ভাগ দেখুৱাই তেওঁর বিরুদ্ধে লর মারিলে।
[27] কিয়নো সি তেল ধরাই আপোনার মুখ নোদোকা করিলে,
আরু আপোনার তপিনার তরপে তরপে তেল ধরালে ;
[28] সি উচ্ছন্ন নগরত বাস করিলে ;
আরু য'ত কোনেও বাস নকরে,
শিলর দ'ম হব লগীয়া এনে ঘরত বসতি করিলে।
[29] সি ধনী নহব, আরু তার সম্পত্তি নেথাকিব ;
সিহঁতর শস্য ফলর ভরত মাটিলৈ দোঁ নেখাব।
[30] সি আন্ধারর পরা নেসারিব ;
অগ্নি-শিখাই তার ঠালবোর শুকুৱাব,
আরু সি তেওঁর মুখর ফুঁতে উড়ি যাব।
[31] সি ভ্রান্ত হৈ অসারতাত বিশ্বাস নকরোক ;
কিয়নো অসারতাই তার বেচ হব।
[32] তার দিন নৌ হওঁতেই সেয়ে তালৈ সিদ্ধ হব,
আরু তার খাজুর পাত কেঁচাই নেথাকিব।
[33] সি দ্রাক্ষালতার নিচিনাকৈ আপোনার আঁপইতা গুটি সরাব,
আরু জিতবৃক্ষর দরে আপোনার ফুল সরাই পেলাব।
[34] কিয়নো অধৰ্ম্মীবোরর সমাজ বন্ধ্যা হব,
আরু ভেঁটি খোৱাবোরর তাম্বু অগ্নিয়ে গ্রাস করিব।
[35] সিহঁতে অনিষ্ট গৰ্ভধারণ করি ক্লেশ প্রসব করে ;
সিহঁতর পেটে প্রতারণা উৎপন্ন করে।

ইয়োবর উত্তর।

১৬ তেতিয়া ইয়োবে পুনরায় উত্তর করি কলে,
[2] ময় এই রূপ অনেক কথা শুনিলোঁ ;
তোমালোক সকলোৱেই দুঃখদায়ক সান্ত্বনাকারী।
[3] বায়ুতুল্য কথার জানো কেতিয়াবা শেষ হয় ?
বা উত্তর দিবলৈ তোমাক কিহে উদগাইছে ?
[4] ময়ো তোমালোকর দরে উত্তর দিব পারোঁ ;
মোর প্রাণর সলনি যদি তোমালোকর প্রাণ হলহেঁতেন,

তেন্তে ময়ো তোমালোকর অহিতে কথা
সাজিব পাৰিলোঁহেঁতেন,
আৰু তোমালোকর বিৰুদ্ধে মূৰ জোকাৰিব
পাৰিলোঁহেঁতেন ;
৫ আৰু ময় মুখেরেহে তোমালোকক সবল করি-
লোঁহেঁতেন,
আৰু মোর ওঁঠর সান্ত্বনাত তোমালোকর দুঃখর
উপশমহে হলহেঁতেন।
৬ ময় কথা কলেও মোর ক্লেশর উপশম নহয়,
আৰু নিমাতে থাকিলেও মোর কি দুঃখ
গুচিব ?
৭ কিন্তু তেওঁ এতিয়া মোক ক্লান্ত করিলে ;
তুমি মোর গোটেই পরিয়াল উচ্ছন্ন করিলা।
৮ তুমি মোক আক্রমণ করিলা, এয়ে মোর
বিরুদ্ধে সাক্ষী হৈছে ;
আৰু মোর কৃশতাই মোর অহিতে উঠি মোর
সাক্ষাতে প্রমাণ দিছে।
৯ তেওঁ ক্রোধত মোক বিদারি পেলালে, আৰু
তাড়নাও করিলে ;
তেওঁ মোলৈ দাঁত করচিলে ;
মোর শত্রুরে মোর অহিতে চকু রঙা করে।
১০ লোকে মোর বিরুদ্ধে মুখ মেলে ;
সিহঁতে ধিক্কার দি মোর গালত চর মারে ;
সিহঁতে মোর অহিতে গোট খায়।
১১ ঈশ্বরে মোক অধর্ম্মীর হাতত সমর্পণ করে,
আৰু দুষ্টবোরর হাতত পেলাই দিয়ে।
১২ ময় শান্তিরে আছিলোঁ, কিন্তু তেওঁ মোক
ভাঙ্গি ডোখর ডোখর করিলে,
এনে কি, মোর ডিঙিত ধরি মোক ঠেকে-
চিলে ;
আৰু মোক আপোনার কাঁড় মরার নিচান
পাতিলে।
১৩ তেওঁর ধনুর্দ্ধরবিলাকে মোক আগুরি ধরে ;
তেওঁ দয়া নকরি মোর কলিজা বিদারে ;
তেওঁ মোর পিত্ত মাটিত ঢালি দিয়ে।
১৪ তেওঁ মোক বিন্ধার ওপরত বিন্ধা দি ভাঙ্গে ;
তেওঁ বীরর নিচিনাকৈ মোর বিরুদ্ধে লরি
আহে।
১৫ ময় ছালর ওপরত চট কাপড় সিয়াই ললোঁ,
আৰু ধূলিরে মোর শিঙ্গ লেটিপেটি করিলোঁ।
১৬ যদিও মোর হাতত অত্যাচার নাই,
আৰু মোর প্রার্থনাও পবিত্র,
১৭ তথাপি কান্দোতে কান্দোতে মোর মুখ বিকৃত
হল,
আৰু মৃত্যুচ্ছায়া মোর চকুর পিরঠির ওপরত
আছে।
১৮ হে পৃথিবি, তুমি মোর তেজ নেঢাকিবা,
আৰু মোর কাতরোক্তিয়ে জিরাবলৈ ঠাই
নেপাওক।
১৯ দেখা, এতিয়াও মোর সাক্ষী স্বর্গত আছে,
আৰু মোর পক্ষে প্রমাণ দিওঁতা জনা উচ্চ-
স্থানত আছে।
২০ মোর বন্ধুবিলাকেই মোক নিন্দা করে ;
২১ কিন্তু ঈশ্বরে যেন ঈশ্বরর বিরুদ্ধে মানুহর
পক্ষে,
আৰু মনুষ্য-সন্তানর ওচরচুবুরীয়ার বিরুদ্ধে,
তার পক্ষে বিচার নিষ্পত্তি করিব,
এই নিমিত্তে ঈশ্বরর উদ্দেশে মোর চকু-লো
বৈছে।
২২ কিয়নো মোর অলপীয়া বছর কেইটা শেষ
হৈছেহি ;
যি বাটেদি গলে উলটি নাহিম, তেনে বাটে
যাম।

১৭ মোর উশাহ বিকৃত হৈছে,
মোর দিন ওর পড়িছে,
মোলৈ মৈদাম যুগুত আছে।
২ স্বরূপেই ঠাট্টা করোঁতাবোর মোর ওচরত
আছে,
আৰু সিহঁতে দিয়া বিরক্তিবোর মোর চকুর
আগত আছে।
৩ বিনয় করোঁ, তুমি মোর নির্দ্দোষীতা প্রকাশ
করার এটা চিন থোরা ;
নিজর আগত নিজেই মোর জামিন হোরা ;
আন কোনে মোর জামিন হবলৈ স্বীকার
করিব ?
৪ কিয়নো তুমি ইবিলাকর চিত্ত জ্ঞানর পরা আঁর
করিছা ;
এই হেতুকে তুমি ইবিলাকক মোক জয় করি-
বলৈ নিদিবা।
৫ যি কোনোবে আপোন বন্ধুবিলাকক লুটদ্রব্য-
স্বরূপে সমর্পণ করে,
তার সন্তানবিলাকর চকু অন্ধ হব।

৬ তেওঁ মোক লোকবিলাকর আগত দৃষ্টান্ত করিলে;
যার মুখত লোকে থু পেলায়, ময় তেনে মানুহ হলোঁ।
৭ মনর বেজারত মোর চকু নিস্তেজ হল,
আরু মোর সকলো অঙ্গ-প্রত্যঙ্গ ছাঁর তুল্য হল।
৮ ইয়াতে সরল আচরণ করোঁতাবিলাকে আশ্চরিত মানিব,
আরু অধর্ম্মীর বিরুদ্ধে নির্দ্দোষী জঁকি উঠিব।
৯ তথাপি ধার্ম্মিকে আপোন পথত চলি থাকিব;
যার হাত শুচি, তার বল ক্রমে ক্রমে বাঢ়ি থাকিব।
১০ কিন্তু আহাঁ, তোমালোক সকলোবে পুনরায় আরম্ভ করা;
আরু ময় তোমালোকর মাজত কাকো জ্ঞানী নেপাম।
১১ মোর দিন কেইটা গল,
মোর অভিপ্রায় আরু মনর কামনাবোর অনর্থক হল।
১২ সিহঁতে রাতিকে দিন করে,
আন্ধার পড়িলে পোহর ওচর চাপে বুলি কয়।
১৩ যদি চিয়োলেই মোর ঘর হব বুলি ময় অপেক্ষা করিছোঁ,
যদি আন্ধারত মোর শয্যা পারিছোঁ,
১৪ যদি ময় গাঁতক মোর পিতৃ,
আরু পোকক তুমি মোর মাতৃ আরু ভনী বুলি কৈছোঁ,
১৫ তেনে হলে মোর আশা ক'ত?
আরু মোর আশাক নো কোনে দেখা পাব?
১৬ ধুলিত জিরণি পোবামাত্রকেই,
সেয়ে নামি চিয়োলর দুবার-মুখ পাবগৈ।

বিল্‌দদর দ্বিতীয় বক্তৃতা।

১৮ তাতে চূহীয়া বিল্‌দদে পুনরায় উত্তর করি কলে,
২ তোমালোকে নো কিমান কাল কথা বিচারি থাকিবা?
তোমালোকে বুজি চাব লাগে; তার পাছে আমি কথা কব পারোঁ।
৩ আমি নো কেলেই পশুতুল্য গণিত হৈছোঁ?
আরু তোমালোকর দৃষ্টিত আমি নো কেলেই অশুচি হৈছোঁ?
৪ ক্রোধত নিজকে বিদরোবা যি তুমি,
তোমার নিমিত্তে জানো পৃথিবী ত্যাগ করা হব,
বা তোমার নিমিত্তে বৃহৎ শিলক নিজ ঠাইর পরা আঁতরোবা যাব?
৫ নিশ্চয় দুষ্টর দীপ্তি নুমাই যাব,
আরু তার অগ্নি-শিখাই পোহর নিদিব।
৬ তার তাম্বুত পোহরেই আন্ধার হব,
আরু তার ওপরত ওলোমাই থোবা চাকি নুমাই যাব।
৭ তার খোজর শক্তি কম হৈ যাব,
আরু সি নিজর পরামর্শতে নিজে পড়িব।
৮ কিয়নো তার নিজর ভরিয়েই নিজক জালর মাজত পেলাই দিয়ে,
আরু সি পাশর ওপরেদি ফুরে।
৯ ফান্দাই তার ভরির গোরোবাত ধরিব,
আরু সি ফান্দত ধরা পড়িব।
১০ তার নিমিত্তে মাটিত খোরোচা লুকুবাই পতা আছে,
আরু তার নিমিত্তে বাটত ফাঁহ পতা আছে।
১১ কেউফালর পরা নানা ত্রাসে তাক ভয় লগাব,
আরু খোজে খোজে তাক খেদি যাব।
১২ ভোকত তার বল কমি যাব,
আরু বিপদে তার পতনলৈ বাট চাই থাকিব।
১৩ মৃত্যুর জ্যেষ্ঠ পুত্রই তার সর্ব্বাঙ্গ গ্রাস করিব,
আরু তার শরীরর অঙ্গ-প্রত্যঙ্গবোর খাই পেলাব,
১৪ যি তাম্বুতেই সি আশ্রয় লব, সেই তাম্বুরেই পরা তাক তুলি নিয়া হব;
ত্রাসবোরর রজার ওচরলৈ তাক নিয়া হব।
১৫ তার অসম্পর্কীয়বিলাকে তার তাম্বুত বাস করিব;
তার বসতির ঠাইত গন্ধক সিঁচা হব।
১৬ তলত তার শিপাবোর শুকাব,
আরু ওপরত তার ডাল কটা যাব।
১৭ পৃথিবীর পরা তার সোঁবরণ লুপ্ত হব,
আরু গাঁবে-ভুঁয়ে তার নাম নলব।

[১৮] তাক পোহরর পরা আন্ধারলৈ দূর করি দিয়া হব,
আরু সংসারর পরা খেদাই দিয়া যাব।
[১৯] স্বজাতীয়বিলাকর মাজত তার পো-নাতি নেথাকিব,
তার বসতির কোনো ঠাইত কোনো অবশিষ্ট নেথাকিব।
[২০] তার দুর্দ্দিন দেখি পশ্চিমত থকা লোকবিলাকে বিস্ময় মানিব,
আরু পূবত থকাবিলাকে চিঞরি উঠিব।
[২১] নিশ্চয়ে অধর্ম্মীর বাসস্থান এই রূপ,
আরু ঈশ্বরক নজনা লোকর ঠাই এনেকুৱা।

ইয়োবর উত্তর।

**১৯** তেতিয়া ইয়োবে পুনরায় উত্তর করি কলে,
[২] তোমালোকে নো কিমান কাললৈ মোর মনত ক্লেশ দিবা,
আরু বাক্যেরে মোক গুড়ি করিবা ?
[৩] তোমালোকে এই দহবার মোক অপমান করিলা ;
তোমালোকে যে মোলৈ নিষ্ঠুর ব্যবহার করিছা,
ইয়াতে তোমালোকে লাজ নোপোৱা।
[৪] বাস্তবিকে মই যদি ভুল করিলোঁ,
তেন্তে মোর সেই ভুল মোতে আছে।
[৫] যদি বাস্তবিকে তোমালোকে মোর ওপরত গর্ব্ব করা,
আরু মোর বিরুদ্ধে মোর অপমানর প্রমাণ করা,
[৬] তেন্তে তোমালোকে জানিবা, যে, ঈশ্বরেহে মোর অন্যায় করিছে,
আরু তেওঁর নিজর জালেরেই মোক মেরাই ধরিছে।
[৭] দেখা, মই অন্যায়র কারণে চিঞরোঁ, কিন্তু কোনেও নুশুনে ;
মই উপকার পাবলৈ কাতরোক্তি করোঁ, কিন্তু সোধ-বিচার নাই।
[৮] মই পার হব নোৱরাকৈ তেওঁ মোর বাটত জেওরা দিছে,
আরু মোর পথ আন্ধার করিছে।
[৯] তেওঁ মোর গৌরবরূপ বস্ত্র সোলোকাই নিলে,
আরু মোর মূরর কিরীটি দূর করিলে।
[১০] তেওঁ মোক কেউফালে ভাঙিছিঙি পেলোৱাত, মই বিনষ্ট হলোঁ ;
তেওঁ মোর আশাকো গছর দরে উঘালি পেলালে।
[১১] তেওঁ মোর বিরুদ্ধে আপোন ক্রোধ জলালে ;
আরু তেওঁ মোকো তেওঁর শত্রুবোরর মাজর এজন বুলি মানিছে।
[১২] তেওঁর সৈন্যদলবিলাকে একেলগে আহি মোর অহিতে গড় মারিছে,
আরু মোর তাম্বুর চারিওফালে ছাউনি পাতিছে।
[১৩] তেওঁ মোর ভাই-ককাইবিলাকক মোর পরা দূর করিলে,
আরু মোর চিনাকী লোকবিলাক মোলৈ একেবারে অচিনাকী হল।
[১৪] মোর জ্ঞাতি-কুটুম্ববিলাক আঁতর হৈছে,
আরু মোর প্রণয়র বন্ধুবিলাকে মোক পাহরিলে।
[১৫] মোর ঘরর বন্দী আরু মোর বেটীবোরেও, মোক অচিনাকী যেন জ্ঞান করে ;
মই সিহঁতর দৃষ্টিত বিদেশী হৈছোঁ।
[১৬] মোর বন্দীক মই মাতিলে, সি উত্তর নিদিয়ে ;
মই আপোন মুখেরে তার আগত বিনয় করিব লগীয়া হৈছোঁ।
[১৭] মোর তিক্ততার আগত মোর নিশ্বাস,
আরু মোর সহোদরর আগত মোর গার গোন্ধ ঘিণলগীয়া হৈছে।
[১৮] শিশুবিলাকেও মোক তুচ্ছ করে ;
মই উঠিব খুজিলে, সিহঁতে মোর অহিতে কথা কয়।
[১৯] মোর বিশ্বাসী বন্ধুবিলাকে মোক ঘিণ করে ;
মোর প্রিয়পাত্রবিলাক মোর পরা বিমুখ হল।
[২০] মই হাড়েছালে লাগিলোঁ ;
মই কেবল দাঁতর ছালখিনিরে সৈতে সারিলোঁ।
[২১] হে মোর বন্ধুবিলাক, তোমালোকেই মোক কৃপা করা, মোক কৃপা করা ;
কিয়নো ঈশ্বরর হাতে মোক স্পর্শ করিলে।
[২২] ঈশ্বরর নিচিনাকৈ তোমালোকেও মোক কিয় তাড়না করিছা ?

আৰু মোৰ মঙহত তোমালোকৰ কিয় হেপাহ পলোৱা নাই ?

[২৩] অস, মোৰ কথাবোৰ লিখা হোৱা হলে,
অস, সেইবোৰ পুথীত তোলা হোৱা হলে,

[২৪] অস, সেইবোৰ লোহাৰ লিখনিৰে শিলত লিখি,
সীহ ঢালি চিৰকাললৈকে ৰখা হোৱা হলে,
কেনে ভাল আছিল !

[২৫] কিন্তু ময় হলে জানো, মোৰ মুক্তিদাতা জীয়াই আছে,
শেষত তেওঁ পৃথিবীৰ ওপৰত উঠি থিয় হব।

[২৬] আৰু মোৰ গাৰ ছাল এই ৰূপে নষ্ট হোৱাৰ পাছে,
ময় শৰীৰবিহীন হৈ ঈশ্বৰক দৰ্শন কৰিম।

[২৭] ময় আপুনিয়েই তেওঁক দেখা পাম,
আনৰ চকুৱে নহয়, মোৰ নিজৰ চকুৱেই তেওঁক দেখিব।
হাবিয়াহ কৰোঁতে কৰোঁতে মোৰ অন্তৰত মোৰ হৃদয় ক্ষীণ হৈ গৈছে।

[২৮] মোত মূল কথা পোৱা যায় দেখি
"আমি তাক কেনেকৈ তাড়না কৰিম" এই বুলি যদি তোমালোকে কোৱা,

[২৯] তেনে হলে তোমালোকে তৰোৱাললৈ ভয় কৰা ;
কিয়নো ন্যায় বিচাৰ যে এটা আছে,
ইয়াক তোমালোকে জানিবৰ নিমিত্তে,
ক্ৰোধৰ দ্বাৰায় তৰোৱালৰ দণ্ড ঘটে।

চোফৰৰ দ্বিতীয় বক্তৃতা।

২০ তেতিয়া নামাথীয়া চোফৰে পুনৰায় উত্তৰ কৰি কলে,

[২] মোৰ ভাবনাই মোৰ অন্তৰত থকা অধৈৰ্য্যৰ কাৰণে,
উত্তৰ দিবলৈ মোক উদগাইছে।

[৩] মোক লাজ দিয়া উপদেশ ময় শুনিলোঁ,
তথাপি মোৰ বুদ্ধিদায়ক আত্মাই মোক উত্তৰ যোগাইছে।

[৪] কালৰ আৰম্ভনৰে পৰা,
পৃথিবীত মনুষ্যক স্থাপন কৰাৰে পৰা,

[৫] দুষ্টবোৰৰ জয়ধ্বনি যে অলপ্‌কলীয়া,
আৰু অধৰ্ম্মীৰ আনন্দ যে খন্তেকীয়া, ইয়াক তুমি নেজানা নে ?

[৬] যদি তাৰ মাহাত্ম্যই আকাশ পায়গৈ,
আৰু তাৰ মূৰ মেঘত লাগে,

[৭] তথাপি সি আপোন বিষ্ঠাৰ দৰে চিৰকাললৈকে নষ্ট হব,
যিবিলাকে তাক দেখিছিল, সিবিলাকে সুধিব, সি ক'ত আছে ?

[৮] সি সমাজিকৰ দৰে উড়ি যাব, তাক আৰু পোৱা নেযাব ;
এনে কি, ৰাতিকালৰ দৰ্শনৰ দৰে সি লুপ্ত হব।

[৯] যি চকুৱে তাক দেখিছিল, সেই চকুৱে তাক আৰু নেদেখিব ;
তাৰ নিবাসৰ ঠায়ে তাক আৰু দেখা নেপাব।

[১০] তাৰ সন্তানবিলাকে দৰিদ্ৰবিলাকৰ পৰা অনুগ্ৰহ বিচাৰিব,
আৰু তাৰ নিজ হাতে তাৰ ধন-সম্পত্তি ওভোটাই দিব।

[১১] তাৰ অস্থিবোৰ ডেকা কালৰ শক্তিৰে পৰিপূৰ্ণ,
কিন্তু ইও তাৰ লগত ধূলিত শুব।

[১২] যদিও দুষ্টতা তাৰ মুখত সোৱাদ লাগে,
যদিও সি জিবাৰ তলত তাক লুকুৱাই ৰাখে,

[১৩] যদিও সি তাক পাই এৰি দিব নুখুজি,
তাক তালুত ৰাখি থয়,

[১৪] তথাপি, তাৰ আহাৰ পেট পাই বিকৃত হয়,
ই তাৰ ভিতৰত কালসৰ্পৰ বিষস্বৰূপ হৈ পড়ে।

[১৫] সি ধন-সম্পত্তি গ্ৰাস কৰে, আৰু তাক পুনৰায় বঁতিয়াই পেলাব ;
ঈশ্বৰে তাৰ পেটৰ পৰা তাক উলিয়াই পেলাব।

[১৬] সি কালসৰ্পৰ বিষ চুহিব ;
বিষাল সাপৰ জিবাই তাক বধ কৰিব।

[১৭] সি নদীবোৰ দেখা নেপাব,
মৌ আৰু দৈ বৈ যোৱা সুঁতীবোৰ নেদেখিব।

[১৮] সি আপোন পৰিশ্ৰমৰ ফল ওভোটাই দিব, গ্ৰাস নকৰিব ;
সি লাভ পোৱা আপোন সম্পত্তি অনুসাৰে উল্লাস নকৰিব।

[19] সি দৰিদ্ৰবিলাকক উপদ্ৰৱ আৰু ত্যাগ করিলে ;
এই হেতুকে, যি ঘৰ সি কাঢ়ি ললে, সেই ঘৰ সি সাজি এঁটাব নোৱাৰিব।
[20] তাৰ পেটৰ কেতিয়াও তৃপ্তি নহয় ;
এই হেতুকে সি আপোনাৰ মৰমৰ বস্তুৰ মাজৰ একোকে ৰক্ষা করিব নোৱাৰিব।
[21] সি গ্ৰাস নকৰা একোৱেই বাকী নাই ;
এই কাৰণে তাৰ মঙ্গল চিৰকলীয়া নহব।
[22] তাৰ বস্তু-বাহানি জোৰাওকৈ থকা সময়তো সি ঠেকত পড়িব ;
দুঃখত পড়া প্ৰতিজনৰ হাতে তাক আক্ৰমণ করিব।
[23] সি আপোন পেট ভৰাবলৈ ধৰোঁতেই,
ঈশ্বৰে তাৰ ওপৰত আপোন ক্ৰোধাগ্নি পেলাব,
আৰু সি খাই থাকোঁতেই তাৰ ওপৰত তাক বৰষাব।
[24] সি লোহাৰ অস্ত্ৰৰ পৰা পলাই যাব ;
কিন্তু পিত্তলৰ ধনুৰ্ব্বাণে তাক সৰকাই পেলাব।
[25] সি বাণ টানিলে, সেয়ে তাৰ গাৰ পৰা ওলাই আহে ;
এনে কি, তাৰ তিৰিৰোৱা আগ তাৰ পিত্তৰ পৰা বাহিৰ হয় ;
তাতে মৰণৰ ভয়ে তাক আক্ৰমণ কৰে।
[26] তাৰ সঞ্চিত বস্তুৰ অৰ্থে ঘোৰ আন্ধাৰ ৰাখি থোৱা হৈছে ;
মানুহে নধৰা জুয়ে তাক গ্ৰাস করিব ;
সেয়ে তাৰ তাম্বুত থকা অৱশিষ্ট বস্তু ভস্ম করিব।
[27] আকাশ-মণ্ডলে তাৰ অপৰাধ প্ৰকাশ করিব,
আৰু পৃথিবী তাৰ বিৰুদ্ধে উঠিব।
[28] তাৰ ঘৰৰ সম্পত্তি উড়ি যাব ;
ঈশ্বৰৰ ক্ৰোধৰ দিনা তাক ঢল পানীয়ে উটাই নিব।
[29] দুষ্ট মানুহে ঈশ্বৰৰ পৰা পাব লগীয়া ভাগ এয়ে,
আৰু এয়েই ঈশ্বৰে নিৰূপণ করা তাৰ অধিকাৰ।

ইয়োবৰ উত্তৰ।

২১ তেতিয়া ইয়োবে পুনৰায় উত্তৰ করি কলে,
[2] তোমালোকে মন দি মোৰ কথা শুনা ;
এয়েই তোমালোকৰ সান্ত্বনা হওক।
[3] অলপ সহন করা, ময়েই কওঁ ;
ময় কোৱাৰ পাছেও তুমি বিদ্ৰূপ করি থাকা।
[4] মোৰ বেজাৰৰ কথা জানো মানুহৰ আগত ?
ময় নো কিয় অধৈৰ্য্য নহম ?
[5] তোমালোকে মোলৈ চাই আশ্চৰিত মানিবা,
আৰু মুখত হাত দিবা।
[6] মনত পড়িলেই, ময় বিহ্বল হওঁ,
আৰু ত্ৰাসতে মোৰ শৰীৰ কঁপে।
[7] দুষ্টবোৰ কিয় জীয়াই থাকে ?
কিয় বৃদ্ধ হয়, আৰু ক্ষমতাশালীও হয় ?
[8] সিহঁতৰ বংশ সিহঁতৰ সম্মুখত সিহঁতৰ লগত থাকে ;
সিহঁতৰ সন্তান-সন্ততিবোৰ সিহঁতৰ চকুৰ আগত থিৰে থাকে।
[9] সিহঁতৰ ঘৰবোৰ ভয় নোপোৱাকৈ শান্তিৰে থাকে,
আৰু সিহঁতৰ ওপৰত ঈশ্বৰৰ দণ্ডৰ আঘাতো নপড়ে।
[10] সিহঁতৰ ভতৰাই সঙ্গম করিলে সেয়ে নিষ্ফল নহয় ;
সিহঁতৰ গাই জগে, বিনচ নকৰে।
[11] সিহঁতে আপোন আপোন শিশুবোৰক মেৰৰ জাকৰ দৰে বাহিৰলৈ উলিয়াই দিয়ে ;
আৰু সিহঁতৰ সন্তানবোৰে নাচ্‌বাগ কৰে।
[12] সিহঁতে খঞ্জৰি আৰু বীণা বজাই গান কৰে,
আৰু বাঁহীৰ শবদত উল্লাস কৰে।
[13] সিহঁতে সুখেৰে আপোন আপোন দিন কটায় ;
পাছে এক নিমিষতে চিয়োললৈ নামি যায়।
[14] তথাপি সিহঁতে ঈশ্বৰক কয়, "তুমি আমাৰ পৰা দূৰ হোৱা ;
কিয়নো আমি তোমাৰ পথ জানিব নোখোজোঁ।
[15] সৰ্ব্বশক্তিমান জনা নো কোন, যে, আমি তেওঁৰ সেৱা করিম ?

আৰু তেওঁৰ আগত প্ৰাৰ্থনা কৰিলে বা আমাৰ কি লাভ ?”
[16] দেখা, সিহঁতৰ মঙ্গল সিহঁতৰ হাতৰ দ্বাৰায় নহয় ;
দুষ্টবোৰৰ মন্ত্ৰণা মোৰ পৰা দূৰ।
[17] দুষ্টবোৰৰ প্ৰদীপ নো কিমানবাৰ মুমুৰ্বা হয় ?
কিমানবাৰ নো সিহঁতৰ বিপদ সিহঁতলৈ ঘটে ?
কিমানবাৰ নো ঈশ্বৰে আপোন ক্ৰোধত ক্লেশ বিলাই দিয়ে ?
[18] কিমানবাৰ সিহঁত বতাহৰ আগত খেৰৰ নিচিনা,
আৰু ধুমুহাই উড়াই নিয়া ধূলাৰ নিচিনা হয় ?
[19] তোমালোকে কোৱা, “ঈশ্বৰে তাৰ সন্তান-বোৰলৈ তাৰ অধৰ্ম্ম সাঁচি থয়।”
সিয়েই ভোগ কৰিবৰ নিমিত্তে তেওঁ তাকেই প্ৰতিফল দিওক।
[20] তাৰ নিজ চকুৱেই তাৰ সৰ্ব্বনাশ দেখোক,
আৰু সৰ্ব্বশক্তিমান জনাৰ ক্ৰোধ সিয়েই পান কৰোক।
[21] কিয়নো, তাৰ মাহ কেইটা ওৰ পৰিলে,
সি মৰাৰ পাছত, তাৰ ভাবি বংশৰ লগত তাৰ কি সম্পৰ্ক ?
[22] যি জনাই উৰ্দ্ধবাসীবিলাকৰো বিচাৰ কৰে,
এনে জনা ঈশ্বৰকেই কোনোবাই জ্ঞান শিক্ষা দিব পাৰে নে ?
[23] সকলো ভাৱে শান্তিৰে আৰু নিশ্চিন্তে থাকি,
কোনোৱে সম্পূৰ্ণ বলত মৰে।
[24] তাৰ গাখীৰৰ পাত্ৰবোৰ গাখীৰেৰে পৰিপূৰ্ণ,
আৰু তাৰ হাড়বোৰৰ মগজু ৰসযুক্ত।
[25] আন কোনোৱে মনত তিতা লাগি মৰে ;
সি কেতিয়াও মঙ্গলৰ আস্বাদ নেপায়।
[26] সিহঁত দুয়ো একেলগে ধূলিত শোৱে,
আৰু পোকে সিহঁত দুয়োকো ঢাকে।
[27] দেখা, মই তোমালোকৰ মনৰ ভাব জানিছোঁ ;
আৰু মোৰ বিৰুদ্ধে অন্যায়কৈ যিবোৰ কুমন্ত্ৰণা কৰিছা, সেইবোৰকো মই জানিছোঁ।
[28] কিয়নো তোমালোকে কৈছা, “সেই ডাঙৰীয়া জনৰ ঘৰ ক'ত ?
আৰু সেই দুৰ্জ্জনবোৰে বাস কৰা তাম্বুটো ক'ত ?”
[29] তোমালোকে পথিকবিলাকক সোধা নাই নে ?
[30] দুষ্টই বিপদৰ দিনত ৰক্ষা পায়,
আৰু ক্ৰোধৰ দিনত তাক আঁতৰাই নিয়া হয়,
এই বুলি সিবিলাকে কোৱা বিবৰণ তোমা-লোকে নেজানা নে ?
[31] তাৰ আচৰণৰ কথা তাৰ মুখৰ আগত কোনে কব ?
আৰু তাৰ কৰ্ম্মৰ প্ৰতিফল তাক কোনে দিব ?
[32] তথাপি তাক মৈদামলৈ নিয়া হব,
আৰু লোকে তাৰ মৈদামত পৰ দি থাকিব।
[33] আৰু উপত্যকাৰ চপৰাবোৰ তালৈ লঘু যেন বোধ হব ;
যেনেকৈ তাৰ আগেয়ে অলেখ মানুহ গৈছিল,
তেনেকৈ তাৰ পাছতো সকলো মানুহ যাব।
[34] তেন্তে তোমালোকে কেনে অনৰ্থক সান্ত্বনা দিছা !
তোমালোকৰ উত্তৰবোৰ কেৱল মিছাহে।

ইলীফজৰ তৃতীয় বক্তৃতা।

**২২** তেতিয়া তৈমনীয়া ইলীফজে পুনৰায় উত্তৰ কৰি কলে,
[2] মানুহ জানো ঈশ্বৰৰ উপকাৰী হব পাৰে ?
বাস্তৱিক জ্ঞানী মানুহ নিজৰেইহে উপকাৰী হয়।
[3] তুমি ধাৰ্ম্মিক হলে সৰ্ব্বশক্তিমান জনাৰ কিবা হিত হব নে ?
তুমি সিদ্ধ আচৰণ কৰিলে তেওঁৰ কি লাভ হব ?
[4] তেওঁলৈ তোমাৰ যি ভয়, তাৰ কাৰণেহে তেওঁ জানো তোমাক অনুযোগ কৰে ?
তাৰ নিমিত্তেহে জানো তেওঁ তোমাৰ লগত বিচাৰত সোমাব ?
[5] তোমাৰ দুষ্টতা অধিক নহয় নে ?
তোমাৰ অপৰাধ অসীমা।
[6] কিয়নো তুমি অকাৰণে আপোন ভাইৰ পৰা বন্ধক ললা,
আৰু বস্ত্ৰহীনৰ পৰাও বস্ত্ৰ কাঢ়ি ললা।
[7] তুমি তৃষ্ণাতুৰলোকক পানী নিদিলা,

আরু ক্ষুধাতুর লোকর আহার আটক করিলা।
[8] কিন্তু দেশখন পরাক্রমী জনরেই আছিল ;
আরু মর্য্যাদাবান জনেই তাত বাস করিছিল।
[9] তুমি বিধবাবিলাকক শুদা-হাতে বিদায় দিলা ;
আরু পিতৃহীনবিলাকর বাহু ভঙ্গা হল।
[10] এই হেতুকে তোমার চারিওকালে ফান্দ আছে ;
আরু আকস্মিক ত্রাসে তোমাক বিহ্বল করিছে।
[11] তুমি আন্ধার দেখা নাই নে ?
তোমাক তল নিওবা ঢল পানী জানো দেখা নোপোৱা ?
[12] ঈশ্বর নিচেই ওখত থকা স্বৰ্গত নাই নে ?
সকলোতকৈ ওপরত থকা তরাবোর চোৱা, সেইবোর কিমান ওখত আছে!
[13] তুমি কৈছা, "ঈশ্বরে কি জানে ?
ঘন মেঘর মাজেদি তেওঁ জানো বিচার করিব পারে ?
[14] ঘন মেঘে আঁর করি ধরাত, তেওঁ দেখিবলৈ নেপায় ;
কেবল আকাশ-মণ্ডলত ফুরি থাকে।"
[15] দুর্জ্জনবোর যোৱা পুরণী পথকে, তুমি ধরি থাকিবা নে ?
[16] সিহঁতক অকালতে ধরি নিয়া হৈছিল ;
আরু সিহঁতর ভিত্তিমূল বাণ পানীয়ে উটাই নিছিল।
[17] সেই সময়ত সিহঁতে ঈশ্বরক কৈছিল, "আমার পরা দূর হোৱা ;"
আরু "সর্ব্বশক্তিমান জনাই আমার অর্থে কি করিব পারে ?"
[18] তথাপি তেওঁ সিহঁতর ঘরবোর উত্তম উত্তম দ্রব্যেরে পরিপূর্ণ করিছিল ;
কিন্তু দুষ্টবোরর আলচ মোর পরা দূর।
[19] তাকে দেখি ধাৰ্ম্মিকবিলাকে আনন্দ করে ;
আরু নির্দ্দোষী লোকে সিহঁতক খেঁজেলিয়াই কয়,
[20] "আমার বিরুদ্ধে উঠাবোর নিশ্চয়ে বিনষ্ট হল ;
আরু সিহঁতর প্রচুর সম্পত্তি অগ্নিয়ে গ্রাস করিলে।"
[21] এতিয়া তুমি তেওঁ সৈতে পরিচয় করি শান্তি লাভ করা ;
তাকে করিলে তোমার মঙ্গল হব।
[22] তেওঁর মুখর পরা ব্যবস্থা গ্রহণ করা,
আরু তেওঁর বাক্যবোর তোমার হৃদয়ত রাখা।
[23] যদি তুমি সর্ব্বশক্তিমান জনালৈ ঘুরা,
আরু তোমার তাম্বুর পরা অধর্ম্ম দূর করা,
তেন্তে তুমি পুনরায় উন্নতি লাভ করিবা।
[24] তোমার বহুমূল্য ধন ধূলিত রাখা,
আরু ওফীরর সোণ জুরীর শিলবোরর মাজত পেলোৱা ;
[25] তাতে সর্ব্বশক্তিমান জনা তোমার বহুমূল্য ধন হব,
আরু তেওঁ তোমার উজ্জ্বল রূপস্বরূপ হব।
[26] কিয়নো তেতিয়া তুমি সর্ব্বশক্তিমান জনাত আনন্দ করিবা,
আরু ঈশ্বরলৈ মুখ তুলিবা।
[27] তুমি তেওঁর আগত প্রার্থনা করিলে তেওঁ শুনিব ;
তাতে তুমি আপোনার সঙ্কল্প সিদ্ধ করিবা।
[28] তুমি কোনো বিষয় মনত থির করিলে, সেয়ে তোমালৈ সিদ্ধ হব ;
আরু তোমার পথত পোহর পড়িব।
[29] বিপদর কালত তুমি কবা, উন্নতি হব ;
আরু অধোমুখক তেওঁ নিস্তার করিব।
[30] তেওঁ নির্দ্দোষী নোহোৱা জনকো উদ্ধার করিব ;
এনে কি, সি তোমার হাতর পবিত্রতার দ্বারায়েই উদ্ধার পাব।

ইয়োবর উত্তর।

২৩ তেতিয়া ইয়োবে পুনরায় উত্তর করি কলে,
[2] এতিয়াও মোর কাতরোক্তি বিরুদ্ধী ;
মোর কেঁকনিতকৈয়ো ময় খোৱা কোব গুরুতর।
[3] অস, মই তেওঁক ক'ত পাম, তাক জনা হলে,
আরু তেওঁর ঠাইলৈ যাব পরা হলে, কেনে ভাল আছিল !
[4] তেতিয়া মোর গোচর তেওঁর আগত মই জনালোঁহেঁতেন,
আরু মোর মুখ নানা যুক্তিরে পূর্ণ করিলোঁহেঁতেন ;

[5] তেওঁ যি যি বাক্যর দ্বারায় মোক উত্তর দিব, তাক মই জানিলোঁহেঁতেন,
আৰু তেওঁ মোলৈ কি কি কব, তাকো বুজিলোঁহেঁতেন।
[6] তেওঁ মহাপরাক্রমেরে মোর লগত জিদ করিলেহেঁতেন নে ?
নকরিলেহেঁতেন, কিন্তু তেওঁ মোলৈ মনোযোগ্‌হে করিলেহেঁতেন।
[7] তেতিয়া সেই ঠাইত সরল লোকে তেওঁর লগত বাদানুবাদ করিব পারিলেহেঁতেন;
তাতে মই আপোন বিচারকর্ত্তার পরা চিরকাললৈকে উদ্ধার পাব পারিলোঁহেঁতেন।
[8] দেখা, মই পুব ফাললৈ যাওঁ, কিন্তু তেওঁ তাত নাই;
আৰু পশ্চিম ফাললৈ যাওঁ, কিন্তু তাতো তেওঁর উদ্দেশ নেপাওঁ।
[9] তেওঁ কার্য্য করা সময়ত মই উত্তর ফাললৈ যাওঁ, কিন্তু মই তেওঁক দেখ নেপাওঁ;
তেওঁ দক্ষিণফালে আপোনাকে লুকুবায়, কিন্তু মই তেওঁক নেদেখোঁ।
[10] কিন্তু মই যি পথ ধরিছোঁ, তাক তেওঁ জানে;
তেওঁ মোক পরীক্ষা করা হলে, মই সোণর দরে ওলালোঁহেঁতেন।
[11] মই তেওঁর ভরির খোজত ভরি দি দি আহিছোঁ;
একলীয়া নোহোৱাকৈ মই তেওঁর পথত চলিছোঁ।
[12] তেওঁর মুখর আজ্ঞার পরা মই আঁতরি যোৱা নাই;
তেওঁর মুখর বাক্য মোর আৱশ্যকীয় আহারত্‌কৈয়ো বহুমূল্য জ্ঞান করিলোঁ।
[13] কিন্তু তেওঁ এক মনর লোক, তেওঁক কোনে ঘুরাব পারে ?
তেওঁর যি ইচ্ছা, তাকেই তেওঁ করে।
[14] মোলৈ যি নিরূপিত, নিশ্চয়ে তাক তেওঁ সিদ্ধ করিব;
আৰু এনে অনেক কথা তেওঁর মনত আছে।
[15] এই নিমিত্তে মই তেওঁর সাক্ষাতে ব্যাকুল হওঁ;
মই বিবেচনা করিলে তেওঁর পরা ভয় পাওঁ।
[16] কিয়নো ঈশ্বরেই মোর মন ভগ্ন করিলে,
আৰু সর্ব্বশক্তিমান জনাই মোক ব্যাকুল করিলে;
[17] কারণ মই আন্ধারর কারণে ব্যাকুল নহওঁ,
আৰু ঘোর অন্ধকারে ঢকা মোর মুখর কারণে মই বিহ্বল নহওঁ।

২৪ সর্ব্বশক্তিমান জনার দ্বারায় কিয় সময় নিরূপিত নহয় ?
তেওঁক জনা লোকে কিয় তেওঁর দিন দেখিবলৈ নেপায় ?
[2] কোনো কোনোৱে মাটির সীমার চিন লরায়,
আৰু মেরর জাকক বলেরে লৈ চরায়।
[3] সিহঁতে পিতৃহীনবিলাকর গাধ খেদি লৈ যায়,
আৰু বিধবার গরু বন্ধক লয়।
[4] সিহঁতে দরিদ্রবিলাকক বাটর পরা খেদি দিয়ে,
আৰু দেশর দুঃখীয়াবিলাক একেবারে লুকাই থাকিব লগীয়া হয়।
[5] দেখা, কোনো কোনোৱে অরণ্যত থকা বনরীয়া গাধর নিচিনাকৈ,
আপোনার আহার যত্নেরে বিচরা কামলৈ ওলাই যায়;
অরণ্যে সিহঁতর সন্তানবিলাকর নিমিত্তে সিহঁতক আহার দিয়ে।
[6] সিহঁতে খাবর নিমিত্তে পথারত পশুর যোগ্য শস্য কাটে;
আৰু দুর্জ্জনর শেষতীয়া দ্রাক্ষাগুটি চপায়।
[7] সিহঁতে বস্ত্রর অভাবত উদং গারে রাতি কটায়,
আৰু জারত গাত লবলৈ সিহঁতর একো নাই।
[8] সিহঁতে পর্ব্বতর বরষুণত তিতে,
আৰু আশ্রয় নথকাত বড় বড় শিলত আঁকোৱাল মারি ধরে।
[9] আৰু কোনো কোনোৱে পিতৃহীন কেঁচুৱা লরাক মাকর বুকর পরা কাঢ়ি লয়,
আৰু দুঃখীয়ার পরা বন্ধক লয়।
[10] তাতে সিহঁতে বস্ত্রর অভাবত উদং গারে ফুরে,
আৰু ভোকতে থাকি ডাঙরি কঢ়িয়ায়।
[11] সিহঁতে সেই দুষ্টবোরর বেরর ভিতরত তেল পেরে,
আৰু দ্রাক্ষাশালত দ্রাক্ষাগুটি গচকি পিয়াহত আতুর হৈ থাকে।
[12] জনপূর্ণ নগরর মাজত লোকবিলাকে কেঁকায়,

আরু সাংঘাতিকরূপে আঘাত পোৱা লোকর
প্রাণে চিঞরে;
তথাপি ঈশ্বরে এই অন্যায়লৈ মন নিদিয়ে।
১৩ আরু কোনো কোনোরে পোহরর বিদ্রোহী
হয়,
তার আওভাও নেজানে, আরু তার পথতো
নচলে।
১৪ নর-বধীয়ে দোকমোকতে উঠি দুখী দরিদ্রক
মারি পেলায়;
আরু রাতি সি চোরর নিচিনা হয়।
১৫ কারো চকুরে মোক নেদেখিব,
এই বুলি পরস্ত্রীগামীর চকুরে সন্ধ্যাকাললৈ
বাট চাই থাকে;
আরু সি আপোনার মুখ ঢাকি রাখে।
১৬ কোনো কোনোরে আন্ধারত ঘরবোরত সিন্ধি
দিয়ে;
সিহঁতে দিনত দুবার বন্ধ করি লোমাই থাকে;
পোহর কি, সিহঁতে তাক নেজানে।
১৭ কিয়নো সিহঁত সকলোরে নিমিত্তে প্রভাত
মৃত্যুচ্ছায়াস্বরূপ:
কারণ সিহঁতে মৃত্যুচ্ছায়ার ভয়ানকতা জানে।
১৮ এনে লোক পানীর সোঁতত বেগেরে উটি যায়;
সিহঁতর আধিপত্যর ভাগ দেশত শাপগ্রস্ত
হয়;
সিহঁতে দ্রাক্ষাবারীর বাটর ফাললৈ মুখ
নুঘুরায়।
১৯ অনাবৃষ্টি আরু তাপে যেনেকৈ হিমর পানী
শুকুরাই নিয়ে,
তেনেকৈ চিয়োলে পাপীবোরক গ্রাস করে।
২০ যি জনে সন্তান নোপজোৱা বাঁজী তিরুতাক
লুটে,
আরু বিধবালৈ কোনো অনুগ্রহ নকরে,
২১ এনে লোকক মাতৃগর্ভেও পাহরে, পোকে
তাক সন্তোষেরে খায়;
কোনেও তাক সোঁবরণ নকরে;
এইরূপে অধার্ম্মিকতা গছর নিচিনাকৈ ভাগি
যায়।
২২ তেওঁ আপোন পরাক্রমর দ্বারায় বলবন্ত-
বিলাকর আয়ুস দীঘল করে;
এনেকুৱা লোকে নিজীম বুলি নিরাশ হৈয়ো,
শয্যার পরা উঠে।
২৩ তেওঁ সিহঁতক নির্ভয়ে থাকিবলৈ দিয়াত,
সিহঁত অতি শান্তেরে থাকে;
আরু তেওঁর চকু সিহঁতর পথর ওপরত থাকে।
২৪ সিহঁতর উন্নতি হয়, আকৌ অলপতে নাইকিয়া
হয়;
এনে কি, সিহঁতক নত করি, আন সকলোর
দরে নিয়া হয়,
আরু ধানর থোকর দরে কটা হয়।
২৫ এনেকুৱা যদি নহয়, তেন্তে কোনে মোক মিছ-
লীয়া বুলি,
আরু মোর কথা অসার্থক বুলি প্রমাণ
করিব?

বিলদদর তৃতীয় বক্তৃতা।

২৫ তাতে চুহীয়া বিলদদে পুনরায় উত্তর
করি কলে,
২ কর্তৃত্ব আরু ভয়ানকতা তেওঁর লগত আছে;
তেওঁ আপোনার উচ্চস্থানবোরত শান্তি রাখে।
৩ তেওঁর বাহিনীবিলাকর সংখ্যা আছে নে?
আরু তেওঁর দীপ্তি কার ওপরত প্রকাশিত
নহয়?
৪ তেন্তে ঈশ্বরর আগত মানুহ কেনেকৈ ধার্ম্মিক
হব পারে?
আরু তিরুতার গর্ভত জন্মা জন কেনেকৈ শুচি
হব পারে?
৫ চোৱা, তেওঁর আগত চন্দ্রও দীপ্তিমান নহয়,
আরু তরাবোরো নির্ম্মল নহয়।
৬ তেন্তে পোকরূপ মনুষ্য কিমান কম পরিমাণে
শুচি হয়!
আরু কীটস্বরূপ মনুষ্য সন্তান কিমান কম
পরিমাণে পবিত্র হয়!

ইয়োবর উত্তর।

২৬ তাতে ইয়োবে পুনরায় উত্তর করি
কলে,
২ তুমি দুর্ব্বলক বড় সহায় করিলা!
আরু বল নথকা বাহুক বড় নিস্তার করিলা!
৩ আরু জ্ঞানহীনক বড় পরামর্শ দিলা!
আরু মূল কথা বড় ভালকৈ বুজালা!
৪ তুমি নো কার আগত কথা কলা?
কার নিশ্বাস নো তোমার মুখর পরা ওলাল?

৫ জলসমূহৰ আৰু তাৰ নিবাসীবিলাকৰ তলত,
মৃতবিলাক কঁপে।
৬ তেওঁৰ আগত চিয়োল অনাবৃত,
আৰু বিনাশৰ ঠাইৰ ঢাকোন নাই।
৭ তেওঁ শূন্যৰ ওপৰত উত্তৰৰ আকাশ বিস্তাৰ কৰে,
আৰু পৃথিবীক শূন্যত ওলোমাই থয়।
৮ তেওঁ আপোনাৰ ঘন মেঘত জল বন্ধ কৰে,
তথাপি জলৰ ভৰত মেঘ নেফাটে।
৯ তেওঁ আপোনাৰ সিংহাসনৰ সন্মুখত আঁৰ দিয়ে,
আৰু তাৰ ওপৰত আপোনাৰ মেঘ বিস্তাৰ কৰে।
১০ যি ঠাইত আন্ধাৰ আৰু পোহৰ লগ লাগিছে,
সেই ঠাইকে তেওঁ সীমা কৰি সমুদ্ৰৰ ওপৰত চক্ৰাকাৰ ৰেখা আঁকে।
১১ তেওঁৰ ধমকিত আকাশমণ্ডলৰ স্তম্ভবোৰ কঁপে, আৰু বিচুৰ্তি হয়,
১২ তেওঁ আপোনাৰ পৰাক্ৰমেৰে সাগৰকো আস্ফালন কৰায়,
আৰু আপোন বুদ্ধিৰে ৰাহবক ডোখৰ ডোখৰ কৰে।
১৩ তেওঁৰ আত্মাৰ দ্বাৰায় আকাশমণ্ডল বিভূষিত হয়;
আৰু তেওঁৰ হাতে পলাই যোৱা নাগটোক খুঁচি মাৰিলে।
১৪ দেখা, এইবোৰ তেওঁৰ কাৰ্য্যবোৰৰ কণিকা মাথোন,
আৰু আমি তেওঁৰ বিষয়ে কেনে সৰু ফুচ্-ফুচনি শুনিছোঁ!
কিন্তু তেওঁৰ পৰাক্ৰমৰ গৰ্জ্জন কোনে বুজিব পাৰে?

ইয়োবৰ শেষ বক্তৃতা।

**২৭** পাছে ইয়োবে পুনৰায় কথা উত্থাপন কৰি কলে,
২ যি ঈশ্বৰে মোৰ বিচাৰ অগ্ৰাহ্য কৰিলে,
যি সৰ্ব্বশক্তিমান জনাই মোৰ প্ৰাণত তিতা লগালে,
সেই জীৱন্ত ঈশ্বৰৰ নামেৰে শপত কৰি কৈছোঁ,
৩ কিয়নো এতিয়াও নিশ্বাস-প্ৰশ্বাস মোত সম্পূৰ্ণৰূপে আছে,
আৰু মোৰ নাকত ঈশ্বৰে দিয়া প্ৰাণ-বায়ু আছে;
৪ মোৰ ওঠে অধৰ্ম্ম কথা কেতিয়াও নকয়,
আৰু মোৰ জিবাই ভাওনাৰ কথা প্ৰকাশ নকৰে।
৫ মই যে তোমালোকৰ কথা স্বৰূপ বুলি স্বীকাৰ কৰিম,
এনে কথা মোৰ পৰা দূৰ হওক;
মই নমৰোঁমানে মোৰ সিদ্ধতা মোৰ পৰা দূৰ নকৰিম।
৬ মোৰ ধাৰ্ম্মিকতা মই ধৰি থাকিম, এৰি নিদিম;
মোৰ আয়ুসৰ এদিনলৈকো মোৰ অন্তৰে মোক নোদোষে।
৭ মোৰ শত্ৰু দুৰ্জনৰ দৰে হওক,
আৰু মোৰ বিৰুদ্ধে উঠা জন অধৰ্ম্মীৰ দৰে হওক।
৮ কিয়নো, যেতিয়া অধৰ্ম্মীৰ প্ৰাণ ঈশ্বৰে হৰণ কৰি নিব,
তেতিয়া, সি ধন লাভ কৰিলেও তাৰ কি আশা থাকিব?
৯ তাৰ সঙ্কট ঘটিলে
ঈশ্বৰে তাৰ কাতৰোক্তি শুনিব নে?
১০ সি জানো সৰ্ব্বশক্তিমান জনাত আনন্দ পায়?
বা সদায় ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰে?
১১ ঈশ্বৰে কি ৰূপে ব্যৱহাৰ কৰে, মই তাৰ বিষয়ে তোমালোকক শিক্ষা দিওঁ,
আৰু সৰ্ব্বশক্তিমানৰ কাৰ্য্য-প্ৰণালী মই লুকুৱাই নেৰাখোঁ।
১২ চোৱা, তোমালোক সকলোৱে দেখিলা;
তেন্তে তোমালোকে কিয় এনে সম্পূৰ্ণ অসাৰ কথা কোৱা?
১৩ দুৰ্জ্জন লোকে ঈশ্বৰৰ পৰা যি ভাগ পায়,
আৰু অত্যাচাৰীবোৰে যি অংশ সৰ্ব্বশক্তিমান জনাৰ পৰা ভোগ কৰে, সেয়ে এই,
১৪ তাৰ পো-নাতি বাঢ়িলে তৰোৱালৰ নিমিত্তেহে বাঢ়ে,
আৰু তাৰ সন্তান-সন্ততিয়ে পেট ভৰাই খাবলৈ নেপায়।

[১৫] তার অৱশিষ্টবোরক মহামারীর দ্বারায় পুতি থোৱা যাব,
আরু তার বিধৱাবিলাকে বিলাপ নকরিব।
[১৬] যদি সি ধূলির নিচিনাকৈ রূপ দ'মায়,
আরু পিন্ধা কাপরকো বোকার দরে সরহকৈ যুগুত করে,
[১৭] তেন্তে যুগুত করোক, কিন্তু ধার্ম্মিক লোকেহে পিন্ধিব,
আরু নির্দ্দোষী লোকে সেই রূপ ভাগ বাঁটি লব।
[১৮] সি আপোনার ঘর পোকর দরে সাজে,
আরু ক্ষেতি-রখীয়ার টঙির দরে নির্ম্মাণ করে।
[১৯] সি ধনী হৈ শুব, কিন্তু তাক মৈদাম দিয়া নেযাব ;
সি চকু মেলামাত্রকে নাইকিয়া হয়।
[২০] নানা ত্রাসে তাক ঢল পানীর দরে আক্রমণ করে ;
রাতি ধুমুহাই অকস্মাতে তাক উড়ুৱাই নিয়ে।
[২১] পুবর বতাহে তাক তুলি নি স্থানান্তর করে,
আরু আপোন ঠাইর পরা তাক দূরৈত পেলাই দিয়ে।
[২২] কিয়নো ঈশ্বরে দয়া নকরি তালৈ কাঁড় মারি থাকিব,
সি তেওঁর ভয়ত পলাই ফুরিব।
[২৩] লোকে তাক দেখি হাত-তালি দিব,
আরু চিহ চিহ করি তার ঠাইর পরা তাক খেদি দিব।

২৮ নিশ্চয়ে রূপর আকর আছে,
আরু যি সোণ খপা যায়, সেই সোণর ঠায়ো আছে।
[২] লোহা মাটির পরা উলিওৱা হয়,
আরু শিল গলাই তাম উলিয়ায়।
[৩] মানুহে অন্ধকারর শেষ করে,
নিচেই তলিলৈকে খানি,
আন্ধার আরু মৃত্যুচ্ছায়ার শিল বিচারি উলিয়ায়।
[৪] সিহঁতে আকর দলৈ খানি খানি গৈ মানুহ থকা ঠাইর পরা দূরৈ হয়,
আরু ওপরত ফুরা লোকে সিহঁতর গম নেপায় ;
সিহঁতে মানুহর পরা দূরৈত ওলমি জুলি থাকে।
[৫] যি পৃথিবীর পরা শস্য উৎপন্ন হয়,
তার তল ভাগ জুইর দ্বারায় লণ্ডভণ্ড করার নিচিনা।
[৬] তার শিলবোর নীলকান্ত মণি থকা ঠাই,
আরু গুড়ি সোণ তাত আছে।
[৭] সেই পথ হিংসক পক্ষীয়ে নেজানে,
আরু শেনর চকুৱেও তাক নেদেখে।
[৮] গর্ব্বী হিংসক জন্তুবোরে তাত খোজ দিয়া নাই,
আরু সিংহও সেই ফালেদি যোৱা নাই।
[৯] মানুহে অতি টান শিলত হাত দিয়ে ;
সি পর্ব্বতবোর মূলে সৈতে লুটিয়াই পেলায়।
[১০] সি শিলর মাজে মাজে নলা কাটে,
আরু তার চকুৱে সকলো বিধর বহুমূল্য বস্তু দেখা পায়।
[১১] সি জুরীবোর পানী এটোপাও সরকিব নোৱারাকৈ ভেটে,
আরু গুপুতে থকা বস্তু পোহরলৈ উলিয়ায়।
[১২] কিন্তু জ্ঞান ক'ত পোৱা যায় ?
আরু সুবিবেচনার ঠাই বা ক'ত ?
[১৩] মনুষ্যই তার মূল্য নেজানে,
আরু জীবিতবিলাকর দেশত তাক পোৱা নেযায়।
[১৪] অগাধ জলে কয়, এইটো মোত নাই,
আরু সাগরে কয়, মোর ইয়াতো নাই।
[১৫] শুদ্ধ সোণ দিও তাক পোৱা নেযায়,
আরু তার বেচ বুলি রূপকো জুখি দিব নোৱারি।
[১৬] ওফীরর সুবর্ণ আরু বহুমূল্য বৈদূর্য্য,
আরু নীলকান্ত মণিও জোখত তার সমান নহয়।
[১৭] সোণ আরু আর্চি তার তুল্য হব নোৱারে,
আরু তার সলনি শুদ্ধ সোণর অলঙ্কারবোরকো দিব নোৱারি।
[১৮] তার আগত পোৱাল আরু স্ফটিকরো নাম লব নোৱারি,
এনে কি, পদ্মরাগ মণিতকৈয়ো জ্ঞানর মূল্য অধিক।
[১৯] কূচ দেশীয় গোমেদক মণিও তার তুল্য নহয়,

আৰু জোখত শুদ্ধ সোণো তাৰ সমান নহয়।
[২০] তেন্তে জ্ঞান ক'ৰ পৰা আহে ?
আৰু সুবিবেচনাৰ ঠাই বা ক'ত ?
[২১] এইটো সকলো প্ৰাণীৰ চকুৰ পৰা গুপ্ত,
আৰু আকাশৰ পক্ষীবোৰ অদৃশ্য।
[২২] বিনাশ আৰু মৃত্যুৱে কয়,
আমি নিজ কাণে সেই বিষয়ে ঘুমুকঘানাক্‌-
কৈহে শুনিছোঁ।
[২৩] তাৰ পথ ঈশ্বৰেহে জানে,
আৰু তাৰ ঠাই তেওঁৰহে জনা আছে।
[২৪] কিয়নো তেওঁ পৃথিবীৰ অন্তলৈকে দেখে,
আৰু আকাশ-মণ্ডলৰ তলৰ আটাই ঠাইলৈকে
তেওঁৰ চকু যায়।
[২৫] তেওঁ যেতিয়া বায়ুৰ গুৰুত্ব নিৰূপণ কৰিলে,
যেতিয়া পৰিমাণ অনুসাৰে জলসমূহ জুখি জুখি
দিলে,
[২৬] যেতিয়া তেওঁ বৃষ্টিৰ নিয়ম নিৰূপণ কৰিলে,
আৰু মেঘ-গৰ্জ্জনেৰে সৈতে ওলোৱা বিজুলীৰ
পথ স্থিৰ কৰিলে,
[২৭] তেতিয়া তেওঁ জ্ঞানক দেখিলে, আৰু প্ৰকাশ
কৰিলে,
তেওঁ তাক স্থাপন কৰিলে, আৰু তাৰ তদন্তও
কৰিলে ;
[২৮] আৰু তেওঁ মনুষ্যক কলে,
দেখা, প্ৰভুলৈ ভয় ৰখাই জ্ঞান,
আৰু কুকৰ্ম্ম ত্যাগ কৰাই সুবিবেচনা।

**২৯** পাছে ইয়োবে আকৌ কথা উত্থাপন
কৰি কলে,
[২] অস, আগৰ মাহ কেইটাত,
যি কালত মোৰ ওপৰত ঈশ্বৰে দৃষ্টি ৰাখিছিল,
[৩] যি কালত মোৰ মূৰৰ ওপৰত তেওঁৰ প্ৰদীপ
জ্বলি আছিল,
আৰু ময় তেওঁৰ পোহৰৰ বলত অন্ধকাৰৰ
মাজতো ফুৰিছিলোঁ,
সেই কালত ময় যেনেকৈ আছিলোঁ,
[৪] যি কালত ঈশ্বৰৰ বন্ধুতাই মোৰ তাম্বু ৰখি-
ছিল,
[৫] যি কালত সৰ্ব্বশক্তিমান জনা মোৰ লগত
থাকিছিল,
আৰু মোৰ পো-জীবিলাক মোৰ চাৰিওফালে
আছিল,
[৬] যি কালত ময় গাখীৰৰ ওপৰতহে খোজ
কাঢ়িছিলোঁ,
আৰু শিলে মোৰ নিমিত্তে তেলৰ সোঁত
বোৱাইছিল,
মোৰ সেই পূৰ্ণ যৌবনৰ কালত ময় যেনেকৈ
আছিলোঁ,
তেনেকৈ এতিয়াও ময় থকা হলে, কেনে ভাল
আছিল !
[৭] যেতিয়া ময় নগৰলৈ গৈ ৰাজদুৱাৰত উপ-
স্থিত হৈ,
চকত মোৰ আসন যুগুত কৰিছিলোঁ
[৮] তেতিয়া ডেকাবিলাকে মোক দেখি লুকাই-
ছিল,
আৰু বৃদ্ধবিলাক উঠি থিয় হৈছিল :
[৯] প্ৰধান লোকবিলাকে কথা কবলৈ এড়ি,
আপোন আপোন মুখত হাত দিছিল ;
[১০] ডাঙৰীয়াবিলাকে তালুত জিবা লগাই
মনে মনে আছিল।
[১১] কিয়নো লোকে কাণেৰে শুনি মোক ধন্য
বুলিছিল,
আৰু চকুৰে দেখি মোৰ পক্ষে সাক্ষ্য
দিছিল।
[১২] কাৰণ কাতৰোক্তি কৰা দৰিদ্ৰক ময় উদ্ধাৰ
কৰিছিলোঁ,
আৰু সহায় নথকা পিতৃহীনক ময় ৰক্ষা কৰি-
ছিলোঁ।
[১৩] বিনষ্ট হব লগীয়া মানুহৰ আশীৰ্ব্বাদ মোৰ ওপ-
ৰত পড়িছিল ;
ময় বাঁৰী তিৰুতাৰ মন উল্লাসিত কৰি-
ছিলোঁ।
[১৪] ময় ধাৰ্ম্মিকতাক পিন্ধিছিলোঁ, আৰু ধাৰ্ম্মিক-
তাই মোক পিন্ধিছিল,
আৰু মোৰ ন্যায়পৰতা গুণ মোৰ জামা চোলা
আৰু পাগুৰিস্বৰূপ আছিল।
[১৫] ময় অন্ধৰ চকু,
আৰু খোঁড়াৰ ভৰি আছিলোঁ।
[১৬] ময় দৰিদ্ৰবিলাকৰ পিতৃ আছিলোঁ,
আৰু ময় চিনি নোপোৱা মানুহৰো বিচাৰ
লৈছিলোঁ।
[১৭] ময় দুৰাচাৰী লোকৰ জামু দাঁত ভাঙ্গি-
ছিলোঁ,

আৰু তাৰ চিকাৰ তাৰ দাঁতৰ মাজৰ পৰা
উলিয়াইছিলোঁ।
[১৮] তেতিয়া মই ভাবিছিলোঁ, যে, মই নিজ বাহত
মৰিম,
মোৰ দিন বালিৰ দৰে অসংখ্য হব :
[১৯] আৰু পানী সোমাবলৈ মোৰ শিপা মুকলি হৈ
থাকিব,
আৰু নিয়ৰ মোৰ ডালত ওৰেৰাতি পৰি লাগি
থাকিব ;
[২০] মোৰ মান-মৰ্য্যাদাও মোত সতেজ হৈ থাকিব,
আৰু মোৰ ধনু মোৰ হাতত সদায় নতুনে
থাকিব।
[২১] লোকবিলাকে মোলৈ কাণ পাতি বাট চাই-
ছিল,
আৰু পৰামৰ্শ শুনিবলৈ নিমাত হৈ থাকি-
ছিল।
[২২] মোৰ কথাৰ শেষত সিবিলাকৰ কোনেও উত্তৰ
নকৰিছিল ;
মোৰ বাক্য সিবিলাকৰ ওপৰত নিয়ৰৰ দৰে
পৰিছিল।
[২৩] বৰষুণলৈ অপেক্ষা কৰাৰ দৰে সিবিলাকে
মোলৈকো অপেক্ষা কৰিছিল,
আৰু শেষতীয়া বৰষুণলৈ মুখ মেলাৰ দৰে
সিবিলাকে মুখ মেলিছিল।
[২৪] সিবিলাক নিৰাশ হলে মই সিবিলাকলৈ মিচি-
কিয়াই হাঁহিছিলোঁ,
আৰু সিবিলাকে মোৰ মুখৰ দীপ্তি মুগুচালে।
[২৫] মই সিবিলাকৰ নিমিত্তে পথ মনোনীত কৰি
প্ৰধান হৈ বহিছিলোঁ,
আৰু সৈন্যদলৰ মাজত যেনে ৰজা, তেনেকৈ
থাকিছিলোঁ,
আৰু শোকাতুৰবিলাকৰ মাজত সান্ত্বনাকাৰী
যেনে, তেনেকৈ আছিলোঁ।

## ৩০

কিন্তু এতিয়া, যিবিলাকৰ বাপেকহঁতক,
মোৰ মেৰৰ জাক ৰখা কুকুৰৰ লগতো থবলৈ
মই হেয়জ্ঞান কৰিছিলোঁ,
মোতকৈ কম বয়সীয়া সেই মানুহবিলাকে
মোক হাঁহে।
[২] যিবিলাকৰ শক্তি নষ্ট হল,
এনে লোকৰ হাতৰ বলত নো মোৰ কি উপ-
কাৰ হব ?
[৩] সিহঁত অন্নৰ অভাৱত ভোকত ক্ষীণ হয় ;
সিহঁতে বহু কালৰ পৰা উচ্ছন্ন আৰু ধ্বংস
হোৱা মৰুভূমি কামুৰি খায়।
[৪] আৰু জোপোহাৰ কোষত সিহঁতে মন্নুহ শাক
ছিঙে,
আৰু ৰেতম গছৰ মূল সিহঁতৰ খোৱা বস্তু।
[৫] সিহঁতক মানুহৰ মাজৰ পৰা খেদি দিয়া হয় ;
চোৰৰ পাছে পাছে চিঞৰাৰ দৰে, লোকে
সিহঁতৰ পাছতো চিঞৰে।
[৬] সিহঁতে উপত্যকাৰ ভয়ানক ঠাইত থাকিব
লগা হয়,
মাটিৰ গাঁতত আৰু শিলৰ মাজত বাস কৰিব
লগা হয়।
[৭] সিহঁতে জোপোহা গছবোৰৰ মাজত গাধৰ
দৰে চিঞৰে,
আৰু কাঁইট গছৰ তলত গোট খায়।
[৮] সিহঁত মূৰ্খৰ সন্তান, এনে কি, নীহ মানুহৰ
সন্ততি ;
সিহঁতক দেশৰ মাজৰ পৰা কোবাই খেদি দিয়া
হল।
[৯] এতিয়া মই সিহঁতৰ গানৰ বিষয় হৈছোঁ,
এনে কি, সিহঁতৰ গল্পৰ বিষয়ো হৈছোঁ।
[১০] সিহঁতে মোক ঘিণ কৰে, আৰু মোৰ পৰা
নিলগে থাকে,
আৰু মোৰ আগত থু পেলাবলৈ ভয় নকৰে।
[১১] কিয়নো ঈশ্বৰে আপোন ধনুৰ জোঁৰ এৰি দি
মোক দুঃখ দিলে ;
সেই নিমিত্তে সিহঁতে মোৰ আগত আপোন
আপোন মুখৰ লাগাম পেলাই দিয়ে।
[১২] মোৰ সোঁফালে নীহ লোকবিলাক উঠে ;
সিহঁতে মোৰ ভৰি ঠেলি ঠেলি দিয়ে,
আৰু মোৰ বিৰুদ্ধে আপোন আপোন বিনা-
শক গড় মাৰে।
[১৩] সিহঁতে মোৰ বাট বন্ধ কৰি পেলায় ;
নিঃসহায় লোকেও মোৰ বিনাশৰ চেষ্টা
কৰে।
[১৪] গড় ভাঙি উলিওৱা বহল বাটেদি যেনেকৈ
শত্ৰু আহে, সিহঁতো তেনেকৈ আহে ;
সিহঁতে সেই ভগাইদি সোমাই মোক আক্ৰমণ
কৰে।
[১৫] নানা ত্ৰাসে মোক ধৰিছে ;

বতাহর দরে মোর মান-মর্য্যাদা সেইবোরে উড়ুৱাই নিছে ;
আৰু মোর মঙ্গল মেঘর নিচিনাকৈ নাইকিয়া হৈছে।
[১৬] সম্প্রতি মোর অন্তরত মোর হৃদয় দুঃখত দ্রবীভূত হৈছে,
আৰু মোর ক্লেশর দিনে মোক ধরিছে।
[১৭] রাতি মোর হাড়বোর মোর গার পরা স্খলকি পড়া যেন লাগে,
আৰু যিবোরে মোক কামোরে, সেইবোরে টোপনি নেযায়।
[১৮] রোগ প্রবল হোৱাত মোর বস্ত্র কুরূপ হৈছে ;
সেয়ে মোর গার চোলার ডিঙির নিচিনাকৈ মোত আট খাই ধরিছে।
[১৯] ঈশ্বরে মোক বোকাত পেলাই দিছে :
ময় ধূলি আৰু ছাই যেন হৈছোঁ।
[২০] ময় তোমার আগত কাতরোক্তি করোঁ, কিন্তু তুমি মোক উত্তর নিদিয়া ;
ময় থিয় হৈ থাকোঁ, কিন্তু তুমি মোলৈ চাই থাকা মাথোন।
[২১] তুমি মোলৈ নির্দ্দয় হৈ উঠিছা,
আৰু তুমি আপোন হাতর বলেরে মোক তাড়না করিছা।
[২২] তুমি মোক বতাহত তুলি দি ফুরাইছা,
আৰু ধুমুহাত মোক লীন নিয়াইছা।
[২৩] কিয়নো ময় জানো যে, তুমি মোক মৃত্যুলৈ নিছা,
আৰু সকলো জীয়া লোকর নিরূপিত ঘরলৈ মোক লৈ গৈছা।
[২৪] তথাপি পড়িবলৈ ধরোঁতে কোনে নো হাত নেমেলে ?
আৰু আপদত থকা স্থলত রক্ষা পাবর নিমিত্তে কোনে নিচিঁয়রে ?
[২৫] দুর্গতিত পড়া লোকর নিমিত্তে ময় ক্রন্দন নকরিছিলোঁ নে ?
আৰু দীনহীনর নিমিত্তে মনত দুঃখ নেপাইছিলোঁ নে ?
[২৬] ময় মঙ্গললৈ বাট চাওঁতে চাওঁতে অমঙ্গলহে ঘটিল,
আৰু পোহরলৈ অপেক্ষা করোঁতে করোঁতে আন্ধারহে হ'ল।
[২৭] মোর অন্তর খতি নোহোৱাকৈ পুরিছে ;
দুঃখর দিনসমূহ মোর ওচরত উপস্থিত হৈছে।
[২৮] ময় বিনা র'দে ক'লা হৈ ফুরিছোঁ,
আৰু সমাজর মাজত থিয় হৈ সহায় পাবলৈ মিনতি করিছোঁ।
[২৯] ময় শিয়ালবোরর ভাই আৰু উট পক্ষীর বন্ধু হলোঁ।
[৩০] মোর গার ছাল ক'লা হৈ এরাই পড়িছে,
আৰু তাপত মোর হাড়বোরত পোরণি ধরিছে।
[৩১] সেই দেখি মোর বীণার মাত শোকর শব্দত পরিণত হৈছে,
আৰু মোর বাঁহীর স্বর সলনি হৈ ক্রন্দনকারীবিলাকর মাত হৈছে।

৩১ [১] ময় আপোন চকুরে সৈতে নিয়ম স্থাপন করিলোঁ :
তেন্তে ময় ছোৱালীলৈ কেনেকৈ চোৱা হলোঁ ?
[২] কিয়নো উর্দ্ধবাসী ঈশ্বরে দিয়া ভাগ কি ?
আৰু ওপরত থকা সর্ব্বশক্তিমান জনার পরা পোৱা অংশ কি ?
[৩] সেয়ে জানো অধর্ম্মীবোরর নিমিত্তে আপদ,
আৰু কুকর্ম্মীবোরর নিমিত্তে দুর্গতি নহয় ?
[৪] তেন্তে তেওঁ মোর কোনো পথ নেদেখে নে ?
আৰু মোর আটাই খোজ তেওঁ গণনা নকরে নে ?
[৫] ময় যদি মিছাত চলিলোঁ,
আৰু মোর ভরি প্রবঞ্চনা-পথলৈ লর ধরিলে,
[৬] ( ঈশ্বরে মোর সিদ্ধতা জানিবর নিমিত্তে,
মোক ঠিক তজুত জোখোক ; )
[৭] ময় যদি অবাটে খোজ চলালোঁ,
মোর মন যদি চকুর পাছে পাছে চলিল,
আৰু মোর হাত দুখনত যদি কোনো দাগ লাগি আছে,
[৮] তেন্তে ময় সিঁচিলে অন্যে খাওক,
এনে কি, মোর পথারত গজা শস্যবোরো উঘলা হওক।
[৯] ময় যদি পরর তিরুতাত মোহ গলোঁ,
আৰু চুবুরীয়ার দুৱারর গুরিত যদি ময় লুকাই থাকিলোঁ,

[১০] তেন্তে মোর তিক্ততাই অন্তর নিমিত্তে জাঁত ঘূরাওক,
আৰু অন্য লোকে তাইক ভোগ কৰোক।
[১১] কিয়নো সেয়ে গঢ়িত কাৰ্য্য,
আৰু বিচাৰকৰ্ত্তাবিলাকে দণ্ড দিব লগীয়া অপৰাধ ;
[১২] কাৰণ সেয়ে বিনাশৰ গাঁতলৈকে দহি থকা অগ্নি ;
সেয়ে মোৰ সৰ্ব্বস্ব বিনষ্ট কৰিলেহেঁতেন।
[১৩] মোৰ বন্দী কি বেটীয়ে মোৰ আগত অভিযোগ কৰিলত,
ময় যদি সিহঁতৰ বিচাৰলৈ হেয়জ্ঞান কৰিলোঁ,
[১৪] তেন্তে ঈশ্বৰ উঠিলে ময় কি কৰিম ?
আৰু তেওঁ বুজ-বিচাৰ ললে, ময় তেওঁক কি উত্তৰ দিম ?
[১৫] মোক গৰ্ভত নিৰ্ম্মাণ কৰা জনাই জানো তাকো নিৰ্ম্মাণ কৰা নাই ?
আৰু একে জনাই জানো আমাক গৰ্ভত গঠন কৰা নাই ?
[১৬] ময় যদি দুঃখীয়া লোকক সিহঁতৰ ইচ্ছা পূৰ কৰিবলৈ নিবাৰণ কৰিলোঁ,
আৰু বিধবাৰ চকু জলকা লগালোঁ,
[১৭] যদি বা মোৰ খোৱা মুঠি অকলেই খালোঁ,
আৰু পিতৃহীন লৰাই তাৰ অলপো খাবলৈ নেপালে,
[১৮] (এনে নহয়, মোৰ ডেকা কালৰ পৰা এনেকুৱা লৰাই
বাপেকৰ লগত থকাৰ দৰে মোৰ লগত ডাঙৰ-দীঘল হয়,
আৰু ময় মাতৃৰ গৰ্ভত থকাৰে পৰা বিধবাৰ পথদৰ্শক ; )
[১৯] যদি ময় কোনোক বস্ত্ৰৰ অভাৱত মৰিব লগা দেখিলোঁ,
বা দুঃখীয়াক গাত লবলৈ কাপৰ নাইকিয়া দেখিলোঁ,
[২০] তাৰ কঁকালে যদি মোক আশীৰ্ব্বাদ নকৰিলে,
আৰু মোৰ মেৰৰ নোমৰ পৰা সি উম নেপালে,
[২১] আৰু নগৰৰ দুৱাৰত মোৰ কলীয়া মানুহ দেখি,
যদি ময় পিতৃহীনৰ অহিতে হাত দাঙিলোঁ,
[২২] তেন্তে মোৰ বাবিচনিৰ হাড়ৰ পৰা মোৰ কান্ধ খহি পৰোক,
আৰু মোৰ বাহু হাড়ডালৰ পৰা ভাগি পৰোক।
[২৩] কিয়নো ঈশ্বৰৰ পৰা আপদ আহিব বুলি ময় ভয় কৰিছিলোঁ,
আৰু ময় তেওঁৰ মহত্বৰ কাৰণে সেই ৰূপ কৰ্ম্ম কৰিব নোৱাৰিলোঁ।
[২৪] ময় যদি সুবৰ্ণক মোৰ বিশ্বাস-ভূমি কৰিলোঁ,
আৰু "তুমি মোৰ আশ্ৰয়" এনে কথা যদি শুদ্ধ সোণক কলোঁ,
[২৫] মোৰ সম্পত্তি অধিক বুলি যদি আনন্দ কৰিলোঁ,
আৰু নিজ হাতেৰে অনেক লাভ পাইছোঁ বুলি যদি ময় উল্লাস কৰিলোঁ,
[২৬] ময় সূৰ্য্যক দীপ্তি দিয়া,
বা চন্দ্ৰক উজ্জ্বলৰূপে আকাশত গমন কৰা দেখি,
[২৭] যদি মোৰ মন গুপুতে মোহ গল,
আৰু সেই দুয়োৰো উদ্দেশে মোৰ মুখে হাতত চুমা খালে,
[২৮] তেন্তে ইও, বিচাৰকৰ্ত্তাবিলাকে দণ্ড দিব লগীয়া অপৰাধ হলহেঁতেন ;
কিয়নো সেয়ে হোৱা হলে ময় উৰ্দ্ধবাসী ঈশ্বৰৰ আগত অস্বীকাৰ কৰিলোঁহেঁতেন।
[২৯] মোক ঘিণাওঁতাৰ আপদত ময় যদি আনন্দ কৰিলোঁ,
আৰু সি দুৰ্দ্দশাত পৰা দেখি ময় উল্লাসিত হলোঁ,
[৩০] (এনে নহয়, তাক মৰিবলৈ শাও দি
মোৰ মুখকো পাপ কৰিবলৈ দিয়া নাই ; )
[৩১] তেওঁ দিয়া মাংস খাই তৃপ্ত নোহোৱা কোন আছে ?
এই বুলি মোৰ তাম্বুৰ মানুহবিলাকে যদি কোৱা নাই,
[৩২] (বিদেশীয়ে বাটত ৰাতি কটোৱা নাই,
কিন্তু ময় পথিকৰ অৰ্থে দুৱাৰ মেলি থৈছিলোঁ, )
[৩৩] ময় অনেক লোকসমূহক ভয় কৰাৰ,
আৰু প্ৰধান প্ৰধান বংশৰ ঘৃণা আশঙ্কা কৰাৰ কাৰণে

মনে মনে থাকি দুৱাৰৰ বাহিৰলৈ নগৈ,
[৩৩] আপোন হিয়াত মোৰ অধৰ্ম্ম লুকুৱাই ৰাখি,
যদি ময় আদমৰ নিচিনাকৈ মোৰ অপৰাধ ঢাকি থলোঁ,—
[৩৫] অস, মোৰ কথা শুনিবলৈ এজন থকা হলে কেনে ভাল আছিল!
(দেখা, এইয়া মোৰ চহিৰ চিন, সৰ্ব্বশক্তিমান জনাই মোক উত্তৰ দিওক;)
অস, মোৰ প্ৰতিবাদীয়ে লিখা দোষৰ পত্ৰ
মোৰ ইয়াত থকা হলে, কেনে ভাল আছিল!
[৩৬] অৱশ্যে ময় তাক মোৰ কান্ধত বলোঁহেঁতেন,
আৰু ৰাজমুকুট বুলি মোৰ মূৰত পিন্ধিলোঁহেঁতেন,
[৩৭] তেওঁৰ আগত মোৰ খোজৰ সংখ্যা জনালোঁহেঁতেন,
আৰু ৰাজকোঁৱৰৰ দৰে তেওঁৰ ওচৰলৈ গলোঁহেঁতেন।
[৩৮] মোৰ মাটিয়ে যদি মোৰ অহিতে চিঞৰ মাৰে,
আৰু তাৰ আটাই সিৰলুবোৰে যদি কান্দে,
[৩৯] ময় যদি ধন নিদিয়াকৈ সেই মাটিৰ ফল ভোগ কৰিলোঁ,
বা তাৰ গৰাকীবিলাকৰ প্ৰাণ হানি কৰিলোঁ,
[৪০] তেন্তে মোৰ ঘেঁহুৰ সলনি কাঁইট,
আৰু যৱৰ সলনি বন গজোক।
ইয়োবৰ বাক্য সমাপ্ত।

ইলীহূৰ প্ৰথম বক্তৃতা।

৩২ ইয়োবে আপোনাৰ দৃষ্টিত আপোনাকে ধাৰ্ম্মিক বুলি মনাত, সেই তিনি জনে তেওঁক উত্তৰ দিবলৈ এৰিলে। [২] তেতিয়া ৰামৰ গোষ্ঠীৰ বুজীয়া বৰখেলৰ পুত্ৰ ইলীহূৰ ক্ৰোধ জ্বলি উঠিল; ইয়োবে ঈশ্বৰক ধাৰ্ম্মিক নেপাতি নিজকে পতাত্হে তেওঁৰ ওপৰত ইলীহূৰ ক্ৰোধ জ্বলি উঠিল। [৩] আৰু বন্ধু তিনি জনে ইয়োবক উত্তৰ দিব নোৱাৰিও তেওঁক দোষী কৰাত, সিবিলাকলৈকো ইলীহূৰ ক্ৰোধ জ্বলি উঠিল। [৪] সিবিলাক ইলীহূত্কৈ বয়সত ডাঙৰ দেখি, ইলীহূৱে ইয়োবক কথা কবলৈ বাট চাইছিল। [৫] পাছে সেই তিনি জন লোকৰ মুখত উত্তৰ নোহোৱা দেখি, ইলীহূৰ ক্ৰোধ জ্বলি উঠিল।

[৬] তাতে বুজীয়া বৰখেলৰ পুত্ৰ ইলীহূৱে উত্তৰ কৰি কলে,
ময় ডেকা তোমালোক বুঢ়া;
এই নিমিত্তে, ময় তোমালোকৰ আগত মোৰ মত জনাবলৈ,
ভয় কৰি কোঁচ খাই আছিলোঁ।
[৭] ময় মনতে কৈছিলোঁ, বহুদিনীয়া লোকেই কওক,
আৰু অধিক বয়সীয়া লোকেই জ্ঞান শিক্ষা দিওক।
[৮] কিন্তু মনুষ্যৰ অন্তৰত আত্মা আছে,
সৰ্ব্বশক্তিমান জনাৰ নিশ্বাসে সিহঁতক বিবেচক কৰে।
[৯] বড় বড় লোক যে জ্ঞানী, এনে নহয়;
আৰু বৃদ্ধবিলাকেই যে বিচাৰ বুজে, সিও নহয়।
[১০] এই হেতুকে ময় কওঁ, মোলৈ কাণ পাতা;
ময়ো আপোন মত প্ৰকাশ কৰোঁ।
[১১] দেখা, যেতিয়ালৈকে তোমালোকে কথা বিচাৰিছিলা,
তেতিয়ালৈকে ময় তোমালোকৰ বাক্যলৈ বাট চাইছিলোঁ,
তোমালোকৰ হেতুবাদলৈ কাণ পাতিছিলোঁ।
[১২] ময় তোমালোকলৈ মন দি আছিলোঁ,
কিন্তু দেখা, ইয়োবক ঘটুৱাব পৰা,
বা তেওঁৰ কথাৰ উত্তৰ কাটিব পৰা, তোমালোকৰ মাজত কোনো নাছিল।
[১৩] সাৱধান, তোমালোকে নকবা, যে, "তেওঁত আমি জ্ঞান পালোঁ;
তেওঁক পৰাজয় কৰা ঈশ্বৰহে সাধ্য, মানুহৰ অসাধ্য;"
[১৪] কিয়নো তেওঁ মোৰ অহিতে কথা কোৱা নাই;
আৰু ময়ো তোমালোকৰ কথাৰে তেওঁক উত্তৰ নিদিম।
[১৫] তেওঁবিলাকে তথা লাগিল, উত্তৰ নিদিয়ে আৰু;
তেওঁবিলাকৰ কবলৈকে কথা নাইকিয়া হল।
[১৬] ময় আৰু কিয় বাট চাম? তেওঁবিলাকে কথা নকয়;

তেওঁবিলাকে ঠর লাগি রল, উত্তর নিদিয়ে আরু।
[17] ময়ো নিজর পক্ষে উত্তর দিম ;
ময়ো নিজর মত জনাম।
[18] কিয়নো মই কথারে পরিপূর্ণ,
মোর অন্তরত থকা আত্মাই মোক বল করিছে।
[19] দেখা, মোর পেট বন্ধ করি থোৱা দ্রাক্ষারসর নিচিনা।
সেয়ে নতুন রসর মোটর দরে ফাটি যাওঁ যাওঁ হৈছে।
[20] মই উপশম পাবর নিমিত্তে কথা কম ;
মই মুখ মেলি উত্তর করিম।
[21] মই কারো মুখলৈ নেচাম,
আরু মই কাকো খুচামোদ নকরিম।
[22] কিয়নো মই খুচামোদ করিব নেজানো ;
করিলে, মোর সৃষ্টিকর্ত্তাই শীঘ্রে মোক ইহ-লোকর পরা লৈ যাব।

৩৩ যি হওক, হে ইয়োব, মিনতি করোঁ, মোর কথা শুনা,
আরু মোর সকলো বাক্যলৈ কাণ পাতা।
[2] দেখা, মই এতিয়া মুখ মেলিলোঁ ;
মোর মুখত থকা জিবাই কথা কৈছে।
[3] মোর বাক্যই মোর মনর সরলতা প্রকাশ করিব,
মোর ওঁঠে যি জানে, তাক অকপটভাৱে কব।
[4] ঈশ্বরর আত্মাইহে মোক নির্ম্মাণ করিলে,
আরু সর্ব্বশক্তিমান জনার নিশ্বাসেহে মোক জীৱন দিছে।
[5] তুমি যদি পারা, তেন্তে মোক উত্তর দিয়া ;
মোর আগত কথা কোৱা, উঠি থিয় হোৱা।
[6] দেখা, ঈশ্বরর দৃষ্টিত ময়ো তোমার নিচিনা ;
ময়ো মৃত্তিকারে নির্ম্মিত হৈছোঁ।
[7] দেখা, মোর ভয়ানকতাই তোমাক ভয় নলগাব,
আরু মোর কথার ভারো তোমালৈ গধুর নহব।
[8] বাস্তবিক তুমি মোর কাণে শুনাকৈ কথা কলা ;
তুমি কথা কোৱা মই শুনিলোঁ।
[9] তুমি কলা, "মই শুচি, মই নিরপরাধী,
মই নিকলঙ্ক, মোত কোনো দোষ নাই।
[10] দেখা, তেওঁ মোর অহিতে ছিদ্র বিচারে,
তেওঁ মোক শত্রু যেন জ্ঞান করে ;
[11] তেওঁ মোর ভরি কুন্দাত বন্ধ করিছে ;
তেওঁ মোর সকলো পথত চকু দিয়ে।"
[12] দেখা, মই তোমাক উত্তর দিওঁ,
এই বিষয়ত তোমার কথা ন্যায় নহয় ;
কিয়নো মনুষ্যতকৈ ঈশ্বর মহান।
[13] তুমি তেওঁরে সৈতে কিয় বিবাদ করিছা ?
কিয়নো তেওঁ আপোন কার্য্যবোরর এটারো যুক্তি নেদেখুৱায়।
[14] তথাপি ঈশ্বরে এক প্রকারে কথা কয়, এনে কি দুই প্রকারেও কয় ;
কিন্তু মানুহে তালৈ মন নিদিয়ে।
[15] যেতিয়া মানুহবিলাক ঘোর নিদ্রাত মগ্ন হৈ শয্যাত পড়ি টোপনি যায়,
তেতিয়া তেওঁ সপোনত রাতির দর্শনত কথা কয়।
[16] এই দরে, তেওঁ মানুহক কুকার্য্যর পরা একৱাবর নিমিত্তে,
মানুহর পরা অহঙ্কার গুপ্ত রাখিবর নিমিত্তে,
[17] গাঁতর পরা তার জীৱাত্মা রক্ষা করিবর নিমিত্তে,
আরু অস্ত্রর দ্বারায় বিনষ্ট নোহোৱাকৈ তার প্রাণ রাখিবর নিমিত্তে,
[18] তেওঁ সেই সময়ত মানুহর কাণ মুকলি করি দিয়ে,
আরু সিবিলাকক দিয়া শিক্ষা মোহর মারে।
[19] সি আপোন শয্যাত বেদনার দ্বারায় শাস্তি পায়,
আরু তার হাড়বোরর মাজত যেন সদায় যুঁজহে লাগিছে, এনে শাস্তি ভোগ করে ;
[20] তাতে তার প্রাণে আহার ঘিণ করে,
আরু সুস্বাদু খাদ্যলৈ তার জীৱাত্মার অরুচি জন্মে।
[21] তার মাংস ক্ষয় পাই অদৃশ্য হয়,
আরু আগেয়ে নেদেখা হাড়বোর জকজককৈ ওলাই পড়ে ;
[22] এনে কি, তার জীৱাত্মা গাঁতর ওচর চাপে,
আরু তার প্রাণে সংহারকবোরর ওচরি পায়।

২৩ মানুহক যথাৰ্থ পথ দেখুৱাবৰ নিমিত্তে,
তাৰ পক্ষে যদি হাজাৰৰ ভিতৰত এজন দূত মধ্যস্থ থাকে,
২৪ তেন্তে তেওঁ তালৈ কৃপা কৰি কব,
"গাঁতলৈ যোৱাৰ পৰা তাক মুক্ত কৰা,
ময় প্ৰায়শ্চিত্ত পালোঁ।"
২৫ তাৰ গা লৰাতকৈয়ো চিকন হব ;
সি পুনৰ্ব্বাৰ যৌবন-কাল পাব।
২৬ সি ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰিলে, তেওঁ তালৈ প্ৰসন্ন হব ;
তাতে সি তেওঁৰ মুখ আনন্দেৰে দেখিব,
আৰু তেওঁ মানুহক তাৰ ধাৰ্ম্মিকতা ওলোটাই দিব।
২৭ সি মানুহৰ আগত গীত গাই কব,
"ময় পাপ কৰিলোঁ, ন্যায়ৰ বিপৰীতে চলিলোঁ ;
তথাপি ময় তাৰ উচিত ফল পোৱা নাই।
২৮ গাঁতলৈ যোৱাৰ পৰা তেওঁ মোৰ জীৱাত্মা মুক্ত কৰিলে,
আৰু মোৰ প্ৰাণ পোহৰত আনন্দিত হব।"
২৯ দেখা, মানুহক জীৱনস্বৰূপ পোহৰেৰে আলোকিত কৰিবৰ নিমিত্তে,
তাৰ প্ৰাণ বিনাশক গাঁতৰ পৰা ওলোটাই আনিবলৈ,
৩০ ঈশ্বৰে মনুষ্যে সৈতে এই সকলো ব্যৱহাৰ দুবাৰ, এনে কি, তিনিবাৰ কৰে।
৩১ হে ইয়োব, মন দিয়া, মোৰ কথা শুনা ;
মনে মনে থাকা, ময়েই কওঁ।
৩২ যদি তোমাৰ কিবা কব লগা আছে, তেন্তে মোক উত্তৰ দিয়া ;
কোৱা, কিয়নো ময় তোমাক নিৰ্দ্দোষী কৰিবলৈ বাঞ্ছা কৰোঁ।
৩৩ যদি নাইহে, তেন্তে মোলৈ কাণ পাতি মনে মনে থাকা ;
ময় তোমাক জ্ঞান শিক্ষা দিওঁ।

ইলীহূৰ দ্বিতীয় বক্তৃতা।

৩৪ পাছে ইলীহূৱে আৰু উত্তৰ কৰি কলে,
২ হে জ্ঞানী লোকবিলাক, মোৰ কথা শুনা ;
হে বিজ্ঞ লোকবিলাক, মোলৈ কাণ পাতা।
৩ কিয়নো জিবাই যেনেকৈ আহাৰৰ আস্বাদ লয়,
তেনেকৈ কাণে কথাৰ পৰীক্ষা কৰে।
৪ আহাঁ, যি ন্যায়, তাক আমি বাচি লওঁহঁক ;
যি ভাল, তাক আমাৰ মাজত নিশ্চয় কৰোঁহঁক।
৫ কিয়নো ইয়োবে কৈছিল, যে, "ময় ধাৰ্ম্মিক,
তথাপি ঈশ্বৰে মোৰ বিচাৰ অগ্ৰাহ্য কৰিলে ;
৬ ময় ন্যায়বান হলেও, মিছলীয়া বুলি গণিত হৈছোঁ,
বিনাদোষে মোৰ গাত চিকিৎসা কৰিব নোৱৰা ঘা লাগিছে।"
৭ পানী পি তৃপ্ত হোৱাৰ দৰে বিদ্ৰূপ কৰি তৃপ্ত হোৱা,
৮ দুৰাচাৰীবোৰৰ লগত ফুৰা,
আৰু দুষ্টৰ সঙ্গী হোৱা ইয়োবৰ নিচিনা কোন আছে ?
৯ কিয়নো তেওঁ কৈছিল, "ঈশ্বৰৰ লগত প্ৰণয় ৰাখিলে,
মানুহৰ একোৱেই লাভ নহয়।"
১০ এতেকে হে বিজ্ঞ লোকবিলাক, মোলৈ কাণ পাতা ;
ঈশ্বৰে যে কুকৰ্ম্ম কৰিব,
আৰু সৰ্ব্বশক্তিমান জনাই যে অন্যায় কৰিব,
এয়ে তেওঁৰ পৰা দূৰে থাকোক।
১১ কিয়নো তেওঁ মানুহৰ কৰ্ম্মৰ দৰে তাক ফল দিয়ে,
আৰু যাৰ যেনে আচৰণ, তাৰ তেনে দশা ঘটায়।
১২ বাস্তৱিক ঈশ্বৰে কুকৰ্ম্ম নকৰে ;
সৰ্ব্বশক্তিমান জনাই ন্যায়ৰ বিপৰীত নকৰে।
১৩ তেওঁক পৃথিবীৰ ওপৰত ক্ষমতা কোনে দিলে ?
আৰু গোটেইখন জগত কোনে স্থাপন কৰিলে ?
১৪ যদি তেওঁ আপোনাতেই মন দি থাকে,
যদি আপুনি দিয়া আত্মা আৰু নিশ্বাস আপোনালৈ চপাই নিয়ে,
১৫ তেন্তে সকলো মৰ্ত্ত্য একেবাৰে মৰি যাব,
আৰু মনুষ্য পুনৰায় ধূলিত লীন হৈ যাব।
১৬ যদি তোমাৰ বিবেচনা থাকে, তেন্তে এই কথা শুনা,
আৰু মোৰ বাক্যলৈ কাণ পাতা।

[১৭] ন্যায় ঘিণ করোঁতা জনে জানো শাসন করিব পারে ?
তুমি ধাৰ্ম্মিক আৰু পৰাক্ৰমী জনাক জানো দোষী করিব পারা ?
[১৮] রজাক জানো, "তুমি অধম," এই বুলি কব পারি ?
আৰু সম্ভ্ৰান্ত লোকবিলাকক, "তোমালোক দুষ্ট," এই বুলি জানো কব পারি ?
[১৯] তেন্তে, যি জনাই অধ্যক্ষবিলাকর মুখলৈ নেচায়,
আৰু দরিদ্রতকৈ ধনীকো উত্তম বুলি জ্ঞান নকরে,
এনে জনাক কিমান কম পরিমাণে তাক কব পারি !
কিয়নো সকলোবেই তেওঁর হাতে করা বস্তু।
[২০] সিবিলাক নিমিষতে, এনে কি, মাজনিশাতেই মরে ;
লোকবিলাকে কঁপি কঁপি পরলোকলৈ গমন করে,
আৰু পরাক্রমীবিলাকক বিনাহাতে কাঢ়ি নিয়া হয়।
[২১] কিয়নো তেওঁ মানুহর পথত চকু দিয়ে,
আৰু তার সকলো গতি দেখে।
[২২] য'ত দুরাচারীবোর লুকাই থাকিব পারে,
এনেকুৱা অন্ধকার কি মৃত্যুচ্ছায়া নাই।
[২৩] যি স্থলত মনুষ্য বিচারর অর্থে ঈশ্বরর ওচরলৈ যাব,
এনে স্থলত তেওঁ তার বিষয়ে বড়কৈ চিন্তা করিব লগা নহয়।
[২৪] তেওঁ অনুসন্ধান নকরি পরাক্রমীবিলাকক খণ্ড খণ্ড করে,
আৰু সিবিলাকর ঠাইত আন লোকক স্থাপন করে।
[২৫] এই হেতুকে তেওঁ সিবিলাকর কার্য্যবোর জানে,
আৰু রাতিতে সকলো লুটিয়াই পেলায়, তাতে সিবিলাক চূর্ণীকৃত হয়।
[২৬] তেওঁ সকলোরে দেখাতে,
সিবিলাকক দুর্জ্জন বুলি প্রহার করে ;
[২৭] কিয়নো সিবিলাকে তেওঁর পাছে পাছে যাবলৈ এরি,
আৰু তেওঁর এটা পথকো নেমানি,
[২৮] দরিদ্রর কাতরোক্তি তেওঁর আগত উপস্থিত করে,
আৰু দুঃখিতবিলাকর কাতরোক্তি তেওঁর কাণত পেলায়।
[২৯] তেওঁ শান্তি দিলে কোনে তেওঁক দোষ দিব পারে ?
[৩০] অধৰ্ম্মী লোকে যেন রাজত্ব নকরে,
আৰু প্রজাবিলাকক ফান্দত পেলাবলৈ যেন কোনো নেথাকে,
এই নিমিত্তে, জাতির পরাই হওক, বা মানুহর পরাই হওক,
তেওঁ মুখ ঢাকিলে কোনে তেওঁর দর্শন পাব পারে ?
[৩১] "মই শাস্তি ভোগ করিলোঁ, মই আৰু অধর্ম্ম-আচরণ নকরোঁ ;
[৩২] যি যি নেদেখোঁ, তাক মোক দেখুৱাই দিয়া ;
যদি মই অন্যায় করিলোঁ, তেন্তে মই আৰু নকরোঁ,"
এই বুলি ঈশ্বরর আগত কোৱা উচিত নে ?
[৩৩] ঈশ্বরে দিয়া প্রতিফল তোমার ইচ্ছার দরে হয় নে, যে, তুমি তাক অগ্রাহ্য করিলা ?
কিয়নো মনোনীত করা কার্য্য তোমারহে, মোর নহয় ;
এই হেতুকে তুমি যি জানা, তাক কোৱা।
[৩৪] বুদ্ধিমান লোকে মোক কব,
এনে কি, মোর কথা শুনা প্রত্যেক জ্ঞানবানে কব,
[৩৫] "ইয়োবে জ্ঞানশূন্য কথা কৈছে,
আৰু তেওঁর বাক্য অবিবেচনাযুক্ত।"
[৩৬] ইয়োবে দুষ্ট লোকর দরে উত্তর দিয়ার কারণে,
তেওঁর পরীক্ষা শেষলৈকে হলেই ভাল।
[৩৭] কিয়নো তেওঁ নিজর পাপত বিদ্রোহ লগ লগাইছে,
তেওঁ আমার মাজত হাত-তালি দিছে,
আৰু ঈশ্বরর বিরুদ্ধে অনেক কথা কৈছে।

ইলীহূর তৃতীয় বক্তৃতা।

**৩৫** পাছে ইলীহূৱে আৰু উত্তর করি কলে,
[২] মোর কি উপকার ?

বা মৰ পাপ কৰাৰ লাভতকৈ মোৰ কি
অধিক লাভ ?
[৩] এই বুলি যে তুমি কৈছা,
ইয়াক তুমি ন্যায় বুলি ভাবিছা নে ?
বা ঈশ্বৰৰ ধাৰ্ম্মিকতাতকৈ মোৰ ধাৰ্ম্মিকতা
অধিক, এই বুলি কৈছা নে ?
[৪] মই তোমাক আৰু তোমাৰ লগত তোমাৰ
বন্ধুবিলাককো উত্তৰ দিওঁ,
[৫] তুমি চকু তুলি আকাশৰ ফাললৈ চোৱা,
তোমাতকৈ ওখত থকা গগণ-মণ্ডললৈ নিৰী-
ক্ষণ কৰা।
[৬] তুমি পাপ কৰিলে তেওঁৰ কি হানি কৰিব
পাৰা ?
আৰু তোমাৰ অপৰাধ অধিক হলে, তুমি
তেওঁক কি কৰিবা ?
[৭] তুমি ধাৰ্ম্মিক হলে, তেওঁক কি দিব
পাৰা ?
বা তেওঁ তোমাৰ হাতৰ পৰা কি গ্ৰহণ
কৰিব ?
[৮] তোমাৰ দুষ্টতাই তোমাৰ নিচিনা মানুহৰহে
হানি কৰিব পাৰে,
আৰু তোমাৰ ধাৰ্ম্মিকতা মনুষ্য-সন্তানৰহে
উপকাৰী হব পাৰে।
[৯] অধিক উপদ্ৰৱ পোৱাত লোকবিলাকে কাত-
ৰোক্তি কৰে,
আৰু বলবানবিলাকৰ বাহুৰ কাৰণে, উপকাৰ
পাবলৈ চিঞৰে।
[১০] যি জনাই ৰাতি গীত গোৱায়,
[১১] যি জনাই পৃথিবীৰ পশুবোৰতকৈ আমাক
বেচীকৈ শিক্ষা দিছে,
আৰু যি জনাই আমাক আকাশৰ চৰাই-চিৰি-
কতিতকৈ বেচী জ্ঞানী কৰিছে,
মোৰ সেই সৃষ্টিকৰ্ত্তা ঈশ্বৰ ক'ত ?
এই বুলি সিবিলাকৰ কোনেও নকয়।
[১২] তেতিয়া সিবিলাকে দুষ্টবোৰৰ অহঙ্কাৰৰ
কাৰণে কাতৰোক্তি কৰে,
কিন্তু তেওঁ উত্তৰ নিদিয়ে।
[১৩] বাস্তবিক ঈশ্বৰে অসাৰ কথা নুশুনে,
আৰু সৰ্ব্বশক্তিমান জনাই তাক নেচাবও।
[১৪] তেন্তে তুমি তেওঁক নেদেখোঁ বুলি কলে, তেওঁ
জানো শুনিব ?
তোমাৰ গোচৰ তেওঁৰ আগত আছে, তুমি
তেওঁলৈ বাট চাই থাকিবা।
[১৫] কিন্তু তেওঁ আপোন কোপত শাস্তি
নিদিয়ে,
আৰু তেওঁ অপৰাধলৈ বৰকৈ মন নিদিয়ে ;
[১৬] এই নিমিত্তে ইয়োবে অসাৰ কথা কবলৈ মুখ
মেলিছে,
অনেক জ্ঞানশূন্য কথা কৈছে।

### ইলীহূৰ শেষ-বক্তৃতা।

**৩৬** ইলীহূৱে আৰু কলে,
[২] আৰু অলপমান ধৈৰ্য্য ধৰা, মই তোমাক
বুজাওঁ ;
কিয়নো ঈশ্বৰৰ পক্ষে মোৰ আৰু কথা
আছে।
[৩] মই দূৰৈৰ পৰা মোৰ জ্ঞান সংগ্ৰহ কৰিম,
আৰু মই মোৰ সৃষ্টিকৰ্ত্তাৰ ধাৰ্ম্মিকতা-গুণৰ
বৰ্ণনা কৰিম।
[৪] কিয়নো স্বৰূপেই মোৰ কথা মিছা নহয় ;
জ্ঞানত সিদ্ধ জন তোমাৰ লগতে আছে।
[৫] দেখা, ঈশ্বৰ পৰাক্ৰমী, তথাপি কাকো হেয়-
জ্ঞান নকৰে ;
তেওঁ বুদ্ধিৰ বলতো পৰাক্ৰমী।
[৬] তেওঁ দুষ্টৰ প্ৰাণ ৰক্ষা নকৰে,
কিন্তু দুঃখীয়াবিলাকৰ পক্ষে ন্যায় বিচাৰ
কৰে।
[৭] তেওঁ ধাৰ্ম্মিক লোকৰ পৰা চকু নুঘূৰায় ;
কিন্তু সিংহাসনত বহা ৰজাবিলাকৰ লগত,
তেওঁ সৰ্ব্বতিকাললৈকে সিবিলাকক বহুৱায়,
তাতে সিবিলাকৰ উন্নতি হয়।
[৮] আৰু যদি সিবিলাকক শিকলিৰে বন্ধা হয়,
আৰু সিবিলাক দুঃখৰ লেজুত বান্ধ খায়,
[৯] তেন্তে তেওঁ সিবিলাকক সিবিলাকৰ কৰ্ম্ম
আৰু অপৰাধ দেখুৱাই, সিবিলাকে যে অহঙ্কাৰ
কৰিলে, তাক সিবিলাকক জনায়।
[১০] শিক্ষা গ্ৰহণ কৰিবলৈ তেওঁ সিবিলাকৰ কাণ
মুকলি কৰে,
আৰু অধৰ্ম্ম-পথৰ পৰা পালটিবলৈ সিবিলাকক
আজ্ঞা দিয়ে।
[১১] যদি সিবিলাকে তেওঁৰ কথা শুনে, আৰু
তেওঁৰ সেৱা কৰে,

তেন্তে সিবিলাকে আপোনাবিলাকর দিন সুখে
সম্পদে নিয়ায়,
আৰু আপোনাবিলাকর বছর কেইটা সন্তো-
ষেরে কটায়।
[12] কিন্তু যদি সিবিলাকে নুশুনে, তেন্তে অস্ত্রা-
ঘাতত বিনষ্ট হয়,
আৰু জ্ঞানর অভাৱত প্রাণত্যাগ করে।
[13] অধর্ম্মচিন্তীয়াবোরে ক্রোধ সাঁচি থয়;
ঈশ্বরে সিহঁতক বান্ধিলেও সিহঁতে কাতরোক্তি
নকরে।
[14] সিহঁত ডেকা কালতে মরে,
আৰু ভ্রষ্টাচারীবোরর মাজত সিহঁতর প্রাণ নষ্ট
হয়।
[15] তেওঁ দুর্গতিত পড়া জনক তার দুর্গতির দ্বারায়
উদ্ধার করে,
আৰু উপদ্রৱর দ্বারায় সিবিলাকর কাণ মুকলি
করে।
[16] তেওঁ তোমাক সঙ্কটর মুখর পরা,
ক্লেশ নোহোবা বহল ঠাইলৈ উলিয়াই
আনিছে:
আৰু তোমার মেজ অতি তেলীয়া আহারেরে
সজোৱা হব।
[17] কিন্তু তুমি দুষ্টর বিচারেরে পরিপূর্ণ হলে,
তোমাক বিচার আৰু ন্যায় দণ্ডই ধরিব।
[18] সাৱধান, ক্রোধে তোমাক নিন্দা-পথলৈ
নিনিওক,
আৰু মুক্তির অধিক মূল্যই তোমাক অবাটে
লৈ নেযাওক।
[19] তোমার ধন, আৰু শক্তির সমস্ত বল,
তুমি দুঃখত নপড়িবলৈ জানো যথেষ্ট হব?
[20] যি রাতিত লোকবিলাকক আপোন আপোন
ঠাইত উচ্ছন্ন করা হয়,
এনে রাতিলৈ তুমি বাঞ্ছা নকরিবা।
[21] সাৱধান, তুমি অধর্ম্মলৈ মুখ নকরিবা;
কিয়নো তুমি দুঃখভোগতকৈ তাকেই মনো-
নীত করিছা।
[22] দেখা, ঈশ্বরে আপোন পরাক্রমত মহৎ কার্য্য
করে;
তেওঁর নিচিনা শিক্ষা দিওঁতা কোন আছে?
[23] কোনে তেওঁর নিমিত্তে তেওঁর পথ নিরূপণ
করিলে?
বা তুমি অন্যায় করিলা, এই বুলি তেওঁক
কোনে কব পারে?
[24] ঈশ্বরর যি কার্য্যর বিষয়ে মানুহে গানর দ্বারায়
কীর্ত্তন করিলে,
তুমি সেই কার্য্যর মহিমার প্রশংসা করিবলৈ
মনত রাখিবা।
[25] সকলো মানুহে তাক নিরীক্ষণ করে;
মর্ত্ত্যই দূরের পরা তালৈ দৃষ্টি করে।
[26] দেখা, ঈশ্বর মহান, আৰু আমার জ্ঞানর
অগম্য;
তেওঁর বছরর সংখ্যার অনুসন্ধান করা অসাধ্য।
[27] কিয়নো তেওঁ জলর কণিকাবোর আকর্ষণ
করে;
সেইবোরেই তেওঁর ভাপর পরা জরি জরি
পড়ে;
[28] সেইবোরক আকাশে বরষায়,
মানুহর ওপরত অধিকৃকৈ টোপে টোপে
পেলায়।
[29] বাস্তবিক তেওঁর মেঘর বিস্তারণ,
আৰু তেওঁর তাম্বুরূপ মেঘর গর্জ্জন কোনে
বুজিব পারে?
[30] দেখা, তেওঁ আপোনার চারিওফালে আপো-
নার পোহর বিস্তার করে;
আৰু তেওঁ সাগরর তলি ঢাকে।
[31] কিয়নো তেওঁ এইবোরর দ্বারায় লোকবিলাকক
শাসন করে,
আৰু প্রচুর পরিমাণে খোৱা বস্তু দান করে।
[32] তেওঁ বিজুলীরে আপোনার অঞ্জলি ভরায়;
লক্ষত লাগিবলৈ তেওঁ তাক আজ্ঞা করে।
[33] তার মহাশব্দই তেওঁর বিষয়ে সম্বাদ দিয়ে,
পশুবোরকো তেওঁর আগমনর কথা জনায়।

৩৭ ইয়াতো মোর হৃদয় কঁপিছে,
আৰু মোর বুকু ঢপ ঢপ করিছে।
[2] শুনা শুনা, সেইয়া তেওঁর গর্জ্জনর ধ্বনি,
সেইয়া তেওঁর মুখর পরা ওলোৱা শবদ।
[3] তেওঁ তাক আকাশ-মণ্ডলর তলর আটাই ঠাই-
লৈকে পঠায়,
আৰু পৃথিবীর অন্তলৈকে আপোনার বিজুলী
মরায়?
[4] তার পাছত গাজনি মারে, তেওঁ নিজর মহৎ
শব্দেরে গর্জ্জন করে;

যেতিয়া তেওঁৰ মাত শুনা যায়, তেতিয়াই তেওঁ সেইবোৰক নথমায়।
[5] ঈশ্বৰে আপোন মাতেৰে আশ্চৰিতৰূপে গৰ্জ্জন কৰে;
তেওঁ আমাৰ বোধৰ অগম্য মহৎ কাৰ্য্যবোৰ কৰে।
[6] কিয়নো তেওঁ হিমক কয়, তুমি পৃথিবীত পৰা,
আৰু তেওঁ বৰষুণক, তেওঁৰ প্ৰবল বৃষ্টিৰ জাকক সেই একেৰূপে কয়।
[7] তেওঁ সৃজা সকলো মানুহে জানিবৰ নিমিত্তে,
তেওঁ প্ৰত্যেক মানুহৰ হাত বন্ধ কৰে।
[8] তেতিয়া জন্তুবোৰ চোঙত সোমায়,
আৰু আপোন আপোন বাসস্থানত থাকে।
[9] দক্ষিণৰ থোঁটালীৰ পৰা ধুমুহা আহে,
আৰু উত্তৰৰ পৰা জাৰ উপস্থিত হয়।
[10] ঈশ্বৰৰ নিশ্বাসৰ দ্বাৰায় বৰফ হয়,
আৰু বহল জলসমূহ ঠেক হৈ যায়।
[11] এনে কি, তেওঁ ঘন মেঘত পানী ভৰাই দিয়ে,
তেওঁ আপোনাৰ বিজুলী থকা মেঘ বিস্তাৰ কৰে।
[12] গোটেই ভূমণ্ডলত সেইবোৰে যেন তেওঁৰ আজ্ঞা অনুসাৰে কাৰ্য্য কৰে,
এই নিমিত্তে সেইবোৰ তেওঁৰ পৰিচালনৰ দ্বাৰায় ঘুৰি ফুৰে।
[13] শাস্তিৰ নিমিত্তেই হওক,
বা আপোন পৃথিবীৰ নিমিত্তেই হওক,
নাইবা দয়াৰ নিমিত্তেই হওক, তেওঁ তাক ঘটায়।
[14] হে ইয়োব, তুমি ইয়ালৈ কাণ পাতা;
থিৰে থাকি ঈশ্বৰৰ আশ্চৰিত কৰ্ম্ম বিবেচনা কৰা।
[15] ঈশ্বৰে কেনেকৈ সেইবোৰক আদেশ দিয়ে,
আৰু কেনেকৈ আপোনাৰ মেঘৰ বিজুলী প্ৰকাশিত কৰে, তাক তুমি জানা নে?
[16] সেই জ্ঞানসিদ্ধ জনাই মেঘক আলাসতে ৰখা আদি কৰি
আশ্চৰিত কৰ্ম্মবোৰ তুমি জানা নে?
[17] যেতিয়া দক্ষিণ বায়ুৰ দ্বাৰায় পৃথিবী নিস্তব্ধ হয়,
তেতিয়া, বস্ত্ৰ গৰম যেন বোধ কৰা যি তুমি,
[18] তুমি জানো ঢলা দৰ্পণৰ দৰে
দৃঢ় আকাশ-মণ্ডলক তেওঁৰ লগত বিস্তাৰ কৰিব পাৰা?
[19] আমি তেওঁক কি কম, তাক আমাক জনোৱা;
কিয়নো আন্ধাৰৰ কাৰণে আমি কথা গাঁথিব নোৱাৰোঁ।
[20] মই কথা কওঁ বুলি তেওঁৰ আগত জনোৱা হব নে?
বা কালগ্ৰাসত পৰিবলৈ কোনোবাই জানো ইচ্ছা কৰিব?
[21] সম্প্ৰতি মানুহে আকাশত মহা-তেজস্বী জ্যোতিঃ দেখা নেপায়;
কিন্তু বতাহ চলিলে আকাশ নিৰ্ম্মল হব।
[22] উত্তৰৰ পৰা স্বৰ্ণময় জ্যোতিঃ আহে;
ঈশ্বৰত ভয়ানক প্ৰতাপ আছে।
[23] সৰ্ব্বশক্তিমান জনা আমাৰ তত্বৰ অগম্য, তেওঁ পৰাক্ৰমত মহান;
তেওঁ ন্যায় বিচাৰ আৰু ধাৰ্ম্মিকতাৰ বিপৰীত কোনো ৰূপে নকৰে।
[24] এই কাৰণে মানুহে তেওঁলৈ ভয় ৰাখে;
তেওঁ অন্তৰেৰে জ্ঞানীবিলাকৰ, কাৰো মুখলৈ নেচায়।

যিহোৱাই ইয়োবক দিয়া
প্ৰথম উত্তৰ।

৩৮ তেতিয়া যিহোৱাই ধুমুহাটোৰ মাজৰ পৰা ইয়োবক উত্তৰ কৰি কলে,
[2] এই যি জনে জ্ঞানশূন্য বাক্যেৰে,
ঈশ্বৰৰ মন্ত্ৰণা আন্ধাৰ কৰিছে, এইটো কোন?
[3] তুমি এতিয়া বীৰৰ দৰে কঁকাল বান্ধা;
কিয়নো মই তোমাক সোধোঁ, তুমি মোক কোৱা।
[4] যি সময়ত মই পৃথিবীৰ মূল স্থাপন কৰিলোঁ,
তেতিয়া তুমি ক'ত আছিলা?
যদি তোমাৰ বোধ আছে, তেন্তে কোৱা।
[5] কোনে তাৰ পৰিমাণ নিৰূপণ কৰিলে?
বা কোনে তাৰ ওপৰত পৰিমাণ-জৰী পাৰিলে? যদি জানা, তেন্তে কোৱা।
[6] যি কালত প্ৰভাতীয় তৰাবোৰে একেলগে গান কৰিছিল,
আৰু ঈশ্বৰৰ সকলো সন্তানবিলাকে জয়ধ্বনি কৰিছিল,

৬ সেই কালত তার মূলবোর কিহর ওপরত বহুউৱা হল ?
বা কোনে তার চুকর শিল স্থাপন করিলে ?
৮ গর্ভর পরা বাহির হোৱার দরে সমুদ্র যেতিয়া বাহির হৈছিল,
৯ যেতিয়া মই মেঘক তার বস্ত্রস্বরূপ করিছিলোঁ,
আরু ঘোর অন্ধকারক, তাক মেরোৱা পটি-স্বরূপ করিছিলোঁ,
১০ আরু যেতিয়া মই তার নিমিত্তে মোর বিধি নিরূপণ করিছিলোঁ,
ভাং আরু দুৱার লগাই কৈছিলোঁ,
১১ তুমি ইয়ালৈকে আহিব পারা, ইয়াত্‌কৈ বেচী নহয়,
ইয়াতে তোমার গর্ব্বী ঢৌবোর মার যাব,
তেতিয়া দুৱারেরে সমুদ্র কোনে বন্ধ করিলে ?
১২ পৃথিবীর চারিও চুক ধরি তার পরা দুষ্টবোরক জোকারি পেলাবলৈ,
১৩ তোমার জীৱনর কালত কেতিয়াবা তুমি প্রভাতক আজ্ঞা দিছিলা নে ?
আরু অরুণক তার উদয়স্থান জনাইছিলা নে ?
১৪ ছাব মরা মাটির দরে পৃথিবীর রূপ পরিবর্ত্তন হয়,
আরু সকলো বস্তু এনেকৈ প্রকাশ পায়, যেন এখন চিত্র-বিচিত্র বস্ত্রহে ;
১৫ আরু দুষ্টবোরর পোহর সিহঁতর পরা গুচুউৱা হয়,
আরু উর্দ্ধবাহু ভগ্ন হয় ।
১৬ তুমি জানো সমুদ্রর উৎপন্ন ঠাইলৈ গৈছিলা ?
বা অগাধ জলর গুপ্তস্থানত জানো ফুরিছিলা ?
১৭ মৃত্যুপুরীর দুৱার তোমালৈ অনাবৃত আছিল নে ?
বা মৃত্যুচ্ছায়ার দুৱার দেখিছিলা নে ?
১৮ তুমি পৃথিবীর প্রস্থ বুজ পালা নে ?
এই সকলো যদি জানা, তেন্তে কোৱা ।
১৯ পোহর থকা ঠাইলৈ যোৱা বাট,
আরু আন্ধাররেই বা ঠাই ক'ত, যে,
২০ তুমি তার বাট ধরি তার সীমালৈ যাব পারা,
বা তার ঘরর বাট চিনিব পারা ?
২১ তুমি জানিছা হবলা, কিয়নো তেতিয়া তুমি উপজিছিলা,
আরু তোমার দিনর সংখ্যা অধিক ।
২২ সঙ্কটর কালর নিমিত্তে, আরু রণ বা যুদ্ধ-দিনর নিমিত্তে,
মই যি হিম আরু শিলাবৃষ্টি সাঁচি থৈছিলোঁ,
২৩ সেই হিমর ভঁরালত তুমি সোমাইছিলা নে ?
তুমি সেই শিলর ভঁরাল দেখিছিলা নে ?
২৪ কি নিয়মেরে পোহর ভাগ বঁটা হৈছে ?
আরু কি নিয়মেরে পূবর বায়ু পৃথিবীত ব্যাপ্ত হৈছে ?
২৫ নির্জ্জন দেশত বরষাবলৈ,
আরু মানুহ নথকা অরণ্যত বরষুণ দিবলৈ,
২৬ পতিত আরু উচ্ছন্ন ভূমিক তৃপ্ত করিবলৈ,
আরু কুমলীয়া ঘাঁহবোর গজাবলৈ,
২৭ পানীর ঢলর নিমিত্তে নলা,
বা মেঘ-গর্জ্জনর লগর বিজুলীর নিমিত্তে বাট কোনে কাটিলে ?
২৮ বৃষ্টির জানো পিতৃ আছে ?
বা নিয়রর বিন্দুসমূহ জানো কোনোবাই প্রসব করিলে ?
২৯ কার গর্ভর পরা বরফ বাহির হল ?
আরু আকাশর গোট বন্ধা নিয়র কার ঔরসত জন্ম পালে ?
৩০ জলসমূহ জমি শিলর নিচিনা হয়,
আরু অগাধ জলর ওপর ভাগ গোট বান্ধে ;
৩১ তুমি জানো কৃত্তিকা নক্ষত্রর হার গাঁথিব পারা ?
বা মৃগশীর্ষ নক্ষত্রর বান্ধ জানো সোলোকাব পারা ?
৩২ আরু রাশিবোরক জানো আপোন আপোন ঋতুত উলিয়াব পারা ?
বা তুমি সপ্তর্ষিক জানো তার অনুচরবোরে সৈতে বাট দেখুৱাই নিব পারা ?
৩৩ তুমি আকাশ-মণ্ডলর নিয়মবোর জানা নে ?
পৃথিবীর ওপরত তুমি সেইবোরর অধিকার স্থাপন করিব পারা নে ?
৩৪ ঢল পানীয়ে তোমাক ঢাকিবর নিমিত্তে,
তুমি মেঘলৈকে তোমার মাত নিয়াব পারা নে ?
৩৫ তুমি বিজুলীবোরক যা বুলি পঠাব পারা নে ?
সেইবোরে জানো তোমাক কব, যে, এইয়া আমি ?
৩৬ ঘন মেঘক কোনে জ্ঞান দিলে ?
আরু পপিয়া তরাক কোনে বুদ্ধি দিলে ?

[৩৭] কোনে জ্ঞানেরে মেঘসমূহক গণনা করিব পারে ?
[৩৮] যেতিয়া ধূলিবোর বৈ গৈ গোট খায়,
আরু চপরাবোর টানকৈ লগ লাগে,
সেই সময়ত কোনে আকাশর জলর মোটবোর বাকি দিয়ে ?
[৩৯] তুমি সিংহিনীর নিমিত্তে মৃগয়া করিবা নে ?
[৪০] যেতিয়া ডেকা সিংহবোরে আপোন আপোন চোঙত চোপ লৈ থাকে,
আরু আঁরত খাপ দি থাকে,
তেতিয়া তুমি সেইবোরর হেপাহ পলুৱাব পারা নে ?
[৪১] যেতিয়া ঢোঁরা কাউরির পোৱালিবোরে ঈশ্বরর গুরিত চিঁয়রে,
আরু আহারর অভাৱত ফুরে,
তেতিয়া সেইবোরর নিমিত্তে কোনে আহার যোগায় ?

৩৯ তুমি জানো পর্ব্বতর বনরীয়া ছাগলীবোরর জগা কাল জানা ?
আরু মৃগীয়ে পোৱালি কেতিয়া জগায়, তাক জানো তুমি ঠিক্‌কৈ কব পারা ?
[২] সিহঁতে কেই মাহ গর্ত্তধারণ করে, তার তুমি নির্ণয় করিব পারা নে ?
বা সিহঁতে জগোৱা সময় তুমি জানা নে ?
[৩] সিহঁতে আঁঠু পারিহে গর্ত্তর পরা পোৱালি উলিয়ায়,
আরু তেতিয়াই আপোনার বেদনা জোকারি পেলায়।
[৪] সিহঁতর পোৱালিবোর নোকোহা হয়,
অরণ্যতে ডাঙর-দীঘল হৈ গুচি যায় ;
সিহঁতর ওচরলৈ আরু উভটি নাহে।
[৫] বনরীয়া গাধক কোনে স্বাধীন করি এরি দিলে ?
বা কোনে বনরীয়া গাধর বান্ধ সোলোকালে ?
[৬] ময় অরণ্যক তার ঘর করিলোঁ,
আরু লোণা ভূমিক তার নিবাসর ঠাই করিলোঁ।
[৭] সি নগরর কোলাহল হেয়জ্ঞান করে,
আরু চলাওঁতার ডাবিহকি শুনিবলৈ নেপায়।
[৮] পর্ব্বতশ্রেণী তার চরা ঠাই ;
সি সকলো বিধর কেঁচা বরণীয়া বন বিচারি ফুরে।
[৯] মেথনে তোমার তলত খাটিবলৈ মান্তি হব নে ?
বা তোমার দানা-পাত্রর ওচরত থাকিব নে ?
[১০] তুমি জোঁট-জরী লগাই মেথনক সিরলুত রাখিব পারা নে ?
বা সি তোমার পাছে পাছে উপত্যকাত মৈ টানিব নে ?
[১১] তার বল অধিক হোৱার কারণে তুমি তাক বিশ্বাস করিবা নে ?
বা তোমার কাম তাক গতাই দিবা নে ?
[১২] সি তোমার ক্ষেতির শস্য ঘরলৈ আনিব বুলি,
আরু তোমার খলাত মরা ধান চপাব বুলি,
তুমি তাত প্রত্যয় করিব পারা নে ?
[১৩] উট চরাইর ডেউকাই উল্লাস করে,
কিন্তু তাইর ডেউকা আরু পাখি মরমীয়াল নে ?
[১৪] তাই মাটিত আপোনার কনি পারি থৈ যায়,
আরু ধূলিত উম পাবলৈ দিয়ে।
[১৫] কোনোবাই তাক ভরিরে ভাঙ্গি পেলাব বুলি,
বা বনরীয়া জন্তুৱে তাক গচকিব বুলি তাইর তালৈ মনত নপরে।
[১৬] পরর পোৱালির নিচিনাকৈ তাই আপোনার পোৱালিবোরলৈ নির্দ্দয় ব্যৱহার করে,
আরু কনি পরা বিফল হলেও তাই মনত দুঃখ নেপায়।
[১৭] কিয়নো ঈশ্বরে তাইক জ্ঞানহীন করিলে,
আরু তাইক বুদ্ধির ভাগো নিদিলে।
[১৮] কিন্তু যেতিয়া তাই ডেউকা কোবাই কোবাই লর মারে,
তেতিয়া তাই ঘোঁরা আরু তাত উঠা জনকো হেয়জ্ঞান করে।
[১৯] ঘোঁরাক জানো তুমি বল দিলা ?
বা লরি থকা কেশরেরে তার ডিঙি জানো তুমি ভূষিত করিলা ?
[২০] তাক ফরিঙর দরে জঁপিওৱা জানো তুমি করিলা ?
তার নাকর ফোরোহনির শবদ অতি ভয়ানক।
[২১] সি উপত্যকাত ভরি মারে, আরু আপোনার বলত উল্লাস করে,

সি অস্ত্র-শস্ত্রেরে সুসজ্জিত হোৱা সৈন্যর সম্মুখলৈ ওলাই যায়।
২২ সি ভয়ক হাঁহে, আরু ত্রাস নেপায়;
আরু তরোৱালর মুখর পরা নোলটে।
২৩ তূণে তার বিরুদ্ধে শবদ করে;
চিকমিকীয়া বড়শা আরু জাঠিয়ে তার ওপরত শবদ করে।
২৪ সি ক্রোধত ভয়ানক মূর্ত্তি ধরি মাটি গ্রাস করে;
আরু শিঙ্গাধ্বনি শুনিলে, সি থিরে থিয় হৈ নেথাকে।
২৫ শিঙ্গাধ্বনির লগে লগে সি হিঁ-হিঁ শবদ করে;
সি দূরৈর পরা যুদ্ধর গোন্ধ পায়,
আরু সেনাপতিবিলাকর গর্জ্জন ও সিংহনাদ শুনে।
২৬ তোমার বুদ্ধিরেই জানো শেনে ওপরলৈ উড়া মারে,
আরু দক্ষিণ ফাললৈ আপোনার ডেউকা মেলে?
২৭ কুরর পক্ষীয়ে জানো তোমার আজ্ঞাতে ওপরলৈ উঠে,
আরু অতি ওখ ঠাইত বাহ সাজে?
২৮ সি শিলত বাস করে, তাতেই তার বাহ;
সি থিয় পর্ব্বতর টিঙত আরু দুর্গম ঠাইত থাকে।
২৯ সেই ঠাইরে পরা সি আহার মণে;
তার চকুয়ে দূরৈর পরা তাক দেখে।
৩০ তার পোৱালিবোরে তেজ পিয়ে;
যতে বধ করা শব, ততে সিও।

৪০ পাছে যিহোৱাই ইয়োবক আরু উত্তর করি কলে,
২ দোষ ধরোঁতাই জানো সর্ব্বশক্তিমান জনার লগত বিবাদ করিব?
ঈশ্বরর লগত বাদানুবাদ করোঁতাই তার উত্তর দিওক।
৩ তাতে ইয়োবে যিহোৱাক উত্তর করি কলে,
৪ দেখা,ময় নীহ, তোমাক কি উত্তর দিম?
ময় আপোন মুখত হাত দিওঁ।
৫ ময় এবেলি কলোঁ, আরু উত্তর নিদিওঁ;
এনে কি, দুবেলি কলোঁ, কিন্তু পুনরায় নকওঁ।

যিহোৱাই ইয়োবক দিয়া দ্বিতীয় উত্তর।

৬ তেতিয়া যিহোৱাই ধুমুহাটোর মাজর পরা ইয়োবক উত্তর দি কলে,
৭ তুমি বীরর দরে কঁকাল বান্ধা;
ময় তোমাক সোধোঁ, তুমি মোক কোৱা।
৮ তুমি স্বরূপেই মোর ন্যায় দুই করিবা নে?
বা আপোনাক ধার্ম্মিক করিবর অর্থে মোক দোষী করিবা নে?
৯ তোমার জানো ঈশ্বরর তুল্য বাহু আছে?
তুমি জানো তেওঁর দরে শবদেরে মেঘ-গর্জ্জন করিব পারা?
১০ তেন্তে তুমি প্রতাপ আরু মহিমারে বিভূষিত হোৱা,
আরু প্রভাব ও গৌরবরূপ বস্ত্র পরিধান করা;
১১ তুমি আপোন ক্রোধরূপ বৃষ্টি বরষোৱা,
আরু প্রত্যেক অহঙ্কারীলৈ চাই তাক নত করা;
১২ প্রত্যেক অহঙ্কারীলৈ চাই তাক নীহ অবস্থালৈ পেলোৱা,
দুষ্টবোরক সিহঁতর আপোন আপোন ঠাইত গচকি পেলোৱা;
১৩ সিহঁতক একেবারে ধূলিত ঢাকি থোৱা,
গুপুত ঠাইখনত সিহঁতর মুখ বান্ধি রাখা।
১৪ তেতিয়া, তোমার সোঁ হাতে তোমাক রক্ষা করিব পারে বুলি,
ময়ো তোমার বিষয়ে স্বীকার করিম।
১৫ ময় তোমার লগত বহেমোৎ নামেরে যি জন্তু সৃজিলোঁ, তাক চোৱা;
সি গরুর দরে ঘাঁহ্ হে খায়।
১৬ দেখা, তার বল তার কঁকালত আছে,
আরু তার শক্তি তার পেটর শিরত আছে।
১৭ সি আপোনার নেজ এরচ গছর ঠালর দরে লরায়;
আরু তার ঊপিনার শিরবোর জালর দরে গঁথা।
১৮ তার হাড়বোর পিত্তলর নলীর নিচিনা,
আরু তার অস্থিবোর লোহার ডাঙর সদৃশ।
১৯ ঈশ্বরর সৃষ্টির মাজত সি প্রধান;

তার যি তৰোৱাল আছে, সেই তৰোৱাল তাৰ সৃষ্টিকৰ্ত্তাই তাক দিলে।
[২০] য'ত আটাই বনৰীয়া জন্তুৱে ধেমালি কৰে, অৱশ্যে এনে পৰ্ব্বতবোৰে তাৰ নিমিত্তে আহাৰ উৎপন্ন কৰে।
[২১] সি নলনি আৰু পিতনিৰ আঁৰত, পদুমনিৰ তলত শোৱে,
[২২] পদুম গছবোৰে তাক ছাঁ দি ধৰে; নদীৰ বাইচি গছবোৰ তাৰ চাৰিওফালে থাকে।
[২৩] দেখা, নৈ বাঢ়ি বাগৰি গলেও সি ত্ৰাস নেপায়; যৰ্দ্দন ওফন্দি তাৰ মুখৰ ওচৰ পালেও, সি নিশ্চিন্ত হৈ থাকে।
[২৪] সি চাই থাকোঁতে জানো কোনোবাই তাক ধৰিব পাৰে? কোনো ফান্দেৰে লগাই তাৰ নাক জানো বিন্ধিব পাৰে?

**৪১** তুমি জানো বৰশিৰে লিবিয়াথন জন্তুক তুলিব পাৰা? বা ৰচিৰে জানো তাৰ জিবা বান্ধিব পাৰা?
[২] তুমি তাৰ নাকত নাকী লগাব পাৰা নে? আৰু বৰশিৰে তাৰ কেৰাৰি বিন্ধিব পাৰা নে?
[৩] সি জানো তোমাৰ আগত বড়কৈ কাবৌ-কাকুতি কৰিব? বা তোমাক কোমল কথা জানো কব?
[৪] তুমি যেন চিৰকাললৈকে তাক তোমাৰ দাস বুলি লবা, এই নিমিত্তে সি তোমাৰ লগত এটা নিয়ম কৰিব নে?
[৫] চৰাই এটাৰ লগত ওমলাৰ দৰে তাৰ লগতো তুমি উমলিবা নে? বা তোমাৰ যুৱতীবোৰৰ নিমিত্তে তুমি তাক বান্ধি ৰাখিবা নে?
[৬] মাছ-মৰীয়াইঁতে তাক বেচা-কিনা কৰিব নে? সিইঁতে মুদৈবিলাকৰ মাজত তাক জানো ভাগ বাঁটি দিব?
[৭] তুমি জানো তাৰ ছাল শেলেৰে, আৰু তাৰ মূৰ মাছ খোঁচা কোলেৰে পূৰ কৰিব পাৰা?
[৮] তাৰ গাত হাত দি চাবাচোন; দিলে, সেই যুঁজলৈ সুঁৱৰি আকৌ তেনে নকৰিবা।
[৯] দেখা, তাক ধৰিবলৈ আশা কৰা বৃথা; তাক দেখিলেই মানুহ পড়ি নেযাব নে?
[১০] তাক জোকাব পৰা এনে সাহীয়াল কোনো নাই; তেন্তে মোৰ আগত থিয় হব পৰা কোন আছে?
[১১] ময় যে প্ৰত্যুপকাৰ কৰিম, আগেয়ে মোক কোনে উপকাৰ কৰিছিল? আকাশ-মণ্ডলৰ তলত থকা সকলো মোৰেই।
[১২] তাৰ অঙ্গ-প্ৰত্যঙ্গৰ বিষয়ে ময় মনে মনে নেথাকোঁ, নাইবা তাৰ মহাবল আৰু গাৰ সুন্দৰ গঠনৰ বিষয়ে ময় নোকোৱাকৈ নেথাকোঁ।
[১৩] তাৰ ওপৰৰ আচ্ছাদন কোনে গুচাব পাৰে? আৰু তাৰ দাঁত দুপাৰিৰ মাজলৈ কোনে সোমাব পাৰে?
[১৪] তাৰ মুখৰ দুৱাৰ দুখলপা কোনে মেলিব পাৰে? তাৰ দাঁতৰ চাৰিওফালে ভয় থাকে।
[১৫] তাৰ টান বাকলিবোৰ তাৰ অহঙ্কাৰৰ মূল; সেইবোৰ মোহৰ মৰাৰ দৰে দৃঢ়ৰূপে লগা আছে।
[১৬] সেইবোৰ এনে লগালগি, যে, তাৰ ভিতৰলৈ বায়ু সোমাব নোৱাৰে।
[১৭] সেইবোৰ ইটে-সিটে সংযুক্ত, আৰু একেলগে সংলগ্ন; সেইবোৰক পৃথক কৰিব নোৱাৰি।
[১৮] তাৰ হাঁচিয়ে দীপ্তি প্ৰকাশ কৰে, আৰু তাৰ চকু অৰুণৰ পিৰঠিৰ নিচিনা।
[১৯] তাৰ মুখৰ পৰা জ্বলি থকা জোঁৰ বাহিৰ হয়, আৰু জুইৰ ফিৰিঙটি ওলায়।
[২০] যেনেকৈ উতলি থকা টৌৰ পৰা ভাপ, আৰু পুৰি থকা খাগৰিৰ পৰা ধোঁৱা ওলায়, তেনেকৈ তাৰ নাকৰ বিন্ধাইদি ধোঁৱা ওলায়।
[২১] তাৰ নিশ্বাসে এঙ্গাৰ জলায়, আৰু তাৰ মুখৰ পৰা অগ্নিশিখা বাহিৰ হয়।
[২২] তাৰ ডিঙিত বল থাকে, আৰু ত্ৰাসে তাৰ আগত নাচি থাকে।

[২৩] তার গার ওলমি থকা ভাগ ভাঠৈকৈ লগা,
সেয়ে তার গাত আট খাই ধরা, লরাব নোৱারি।
[২৪] তার কলাডিল শিলর নিচিনা টান,
এনে কি, জাঁত-শিলর তল চলার নিচিনা টান।
[২৫] সি উঠিলে বলৱানবিলাকেও ভয় পায়,
আরু ত্রাসর কারণে বিভত হয়।
[২৬] যদি কোনোবাই তরোৱালেরে তাক আঘাত করে, তেনে হলে তার একো নহব,
বা তালৈ জাঠি, কাঁড়, বা শেল মারিলে সকলো মিছা হব।
[২৭] সি লোহাক খের যেন,
আরু পিত্তলক পচা কাঠ যেন জ্ঞান করে।
[২৮] ধনুর কাঁড়ে তাক খেদাব নোৱারে ;
ফিঙ্গার শিল তার আগত তুঁহ যেন হৈ পড়ে।
[২৯] সি গদাক ঘুলা যেন মানে,
আরু বড়শার শবদত হাঁহে,
[৩০] তার তল ভাগ ধার থকা খোলার নিচিনা ;
সি বোকার ওপরেদি যাওঁতে মরণা মরা যন্ত্র যেন হয়।
[৩১] সি অগাধ জলক, উতলোৱা কেরাহির পানী যেন করে,
আরু সমুদ্রক সুগন্ধি তেল যেন করে।
[৩২] সি আপোনার পাছত বাট চিকমিকীয়া করে,
আরু অগাধ জল পকাচুলীয়া যেন বোধ হয়।
[৩৩] ভয়হীনকৈ সৃজা তার তুল্য
কোনো জন্তুৱেই পৃথিবীত নাই।
[৩৪] সি সকলো উচ্চ পদার্থলৈ চাই থাকে ;
সি সকলো অহঙ্কারী প্রাণীর ওপরত রজা।

ইয়োবে নম্র হোৱাত দুগুণ
উন্নতিলাভ করা।

**৪২** তাতে ইয়োবে যিহোৱাক উত্তর করি কলে,
[২] ময় জানো, যে, তুমি সকলোকেই করিব পারা ;
কোনো সঙ্কল্প তোমার অসাধ্য নহয়।
[৩] এই যি জনে বিনাজ্ঞানেরে ঈশ্বরর মন্ত্রণা গুপ্ত রাখে, এইটো কোন ?
সেই রূপে করি, ময় নবুজা, ময় নজনা,
মোর বোধর অগম্য অতি আশ্চরিত কথা ময় কলোঁ।
[৪] মিনতি করোঁ, শুনা, ময় কথা কওঁ,
ময় তোমাক সোধোঁ, তুমি মোক কোৱা।
[৫] পূর্ব্বে তোমার বিষয়ে ময় কাণেরেহে শুনিছিলোঁ,
কিন্তু এতিয়া নিজ চকুরে তোমাক দেখিলোঁ !
[৬] এই হেতুকে ময় নিজকে ঘিণাইছোঁ,
ধূলি আরু ছাইত বহি খেদ করিছোঁ।

[৭] যিহোৱাই ইয়োবক এইবোর কথা কোৱার পাছে, তেওঁ তৈমনীয়া ইলীফজক কলে, তোমালৈ আরু তোমার দুজন বন্ধুলৈ মোর ক্রোধ প্রজ্জলিত হৈছে ; কারণ মোর দাস ইয়োবে কোৱার দরে, তোমালোকে মোর বিষয়ে যথার্থ কথা কোৱা নাই। [৮] এই হেতুকে তোমালোকে সাতোটা ভতরা আরু সাতোটা মটা মের লৈ, মোর দাস ইয়োবর ওচরলৈ গৈ নিজর নিমিত্তে হোম-বলি উৎসর্গ করা ; তাতে মোর দাস ইয়োবে তোমালোকর নিমিত্তে প্রার্থনা করিব ; কারণ তোমালোকর অজ্ঞানতার দরে যিহতে ময় তোমালোকক প্রতিফল নিদিম, এই নিমিত্তে ময় তেওঁকহে গ্রাহ্য করিম ; কিয়নো তোমালোকে মোর দাস ইয়োবে কোৱার দরে মোর বিষয়ে যথার্থ কথা কোৱা নাই। [৯] তেতিয়া তৈমনীয়া ইলীফজ, চূহীয়া বিল্‌দদ, আরু নামাথীয়া চোফরে গৈ, যিহোৱাই সিবিলাকক আজ্ঞা দিয়ার দরেই করিলে ; তাতে যিহোৱাই ইয়োবক গ্রাহ্য করিলে। [১০] আরু ইয়োবে আপোন বন্ধুবিলাকর নিমিত্তে প্রার্থনা করিলত, যিহোৱাই তেওঁর দুর্দ্দশা পরিবর্ত্তন করিলে, আরু যিহোৱাই ইয়োবক আগতকৈ দুগুণ সম্পত্তি দিলে। [১১] পাছে তেওঁর ভায়েক-ককায়েক আরু বায়েক-ভনীয়েকবিলাকে, আরু তেওঁর আগর চিনাকী লোকবিলাকে ইয়োবর ওচরলৈ আহি তেওঁর ঘরত তেওঁ সৈতে ভোজন করিলে, আরু তেওঁর নিমিত্তে দুঃখ প্রকাশ করিলে, আরু যিহোৱাই তেওঁলৈ ঘটোৱা সকলো আপদর বিষয়ে তেওঁক সান্ত্বনা করিলে, আরু প্রতিজনে তেওঁক এডোখর এডোখর কচীতা রূপ, আরু এটা এটা সোণর কুণ্ডল দিলে। [১২] এই রূপে যিহোৱাই ইয়োবর প্রথম অবস্থাতকৈ শেষর

অৱস্থা অধিক আশীৰ্ব্বাদযুক্ত কৰিলে; তাতে তেওঁৰ চৌদ্দ হাজাৰ মেৰ ও ছাগ, ছয় হাজাৰ উট, এক হাজাৰ হাল বলদ, আৰু এক হাজাৰ গাধী হল। [১৩] তেওঁৰ সাতোটা পুতেক, আৰু তিনি জনী জীয়েকো হল। [১৪] তেওঁ বড় জনীৰ নাম যিমীমা, দ্বিতীয় জনীৰ নাম কচীয়া, আৰু তৃতীয় জনীৰ নাম কেৰণ-হপ্পুক ৰাখিলে। [১৫] ইয়োবৰ জীয়েকবিলাকৰ নিচিনা সুন্দৰী যুৱতী গোটেই দেশত পোৱা নগল, আৰু বাপেকে সিবিলাকৰ ভায়েক-ককায়েকবিলাকৰ লগত সিবিলাককো উত্তৰাধিকাৰ দিলে। [১৬] ইয়াৰ পাছে ইয়োবে আৰু এশ চল্লিশ বছৰ জীয়াই থাকি, আপোনাৰ পো নাতি আদি চাৰি পুৰুষলৈকে দেখিলে। [১৭] এই দৰে ইয়োবে বৃদ্ধ হৈ সম্পূৰ্ণ আয়ুস পাই প্ৰাণত্যাগ কৰিলে।

# গীতমালা।

## প্ৰথম খণ্ড।

——:*:——

১ যি মানুহে দুষ্টবোৰৰ আলচত নচলে,
পাপীবোৰৰ পথত থিয় নহয়,
আৰু নিন্দকবোৰৰ আসনত নবহে,
[২] কিন্তু যিহোৱাৰ ব্যৱস্থাত সন্তুষ্ট হয়,
আৰু দিনে-ৰাতিয়ে তেওঁৰ ব্যৱস্থা ধ্যান কৰে,
সেই মানুহেই ধন্য।
[৩] সেই মানুহ বতৰত ফল দিয়া
পাত জঁয় নপড়া
বোৱতী পানীৰ দাঁতিত ৰোৱা বৃক্ষৰ নিচিনা;
সেই মানুহে কৰা সকলো কৰ্ম্ম সাফল হয়।
[৪] দুষ্টবোৰ তেনেকুৱা নহয়;
কিন্তু সিহঁত বতাহে উড়াই নিয়া তুঁহৰ নিচিনা।
[৫] এই নিমিত্তে দুষ্টবোৰে বিচাৰত থিয় হব নোৱাৰে,
আৰু পাপীবোৰে ধাৰ্ম্মিকবিলাকৰ মণ্ডলীত থাকিব নোৱাৰে।
[৬] কাৰণ যিহোৱাই ধাৰ্ম্মিকবিলাকৰ পথ জানে,
কিন্তু দুষ্টবোৰৰ পথৰ অন্ত সৰ্ব্বনাশ।

২ জাতিবোৰে কিয় হুৰামুৰা কৰিছে?
লোকসমূহে কিয় ব্যৰ্থ চিন্তা কৰিছে?
[২] আহাঁ, আমি সিহঁতৰ বন্ধন ছিঙি পেলাওঁ,
আৰু আমাৰ পৰা সিহঁতৰ জৰী পেলাই দিওঁ,
[৩] এই বুলি যিহোৱা আৰু তেওঁৰ অভিষিক্ত জনাৰ বিৰুদ্ধে
পৃথিৱীৰ ৰজাবিলাক উঠিছে,
আৰু অধিপতিবিলাকে একেলগে আলচ কৰিছে।
[৪] স্বৰ্গৰ সিংহাসনত বহি থাকোঁতা জনাই হাঁহিছে;
প্ৰভুৱে সিবিলাকক বিদ্ৰূপ কৰিছে।
[৫] শেষত তেওঁ সিবিলাকৰ আগত কোপেৰে কথা কৈছে;
আৰু সিবিলাকক জ্বলন্ত ক্ৰোধেৰে ব্যাকুল কৰিছে।
[৬] "ময়েই মোৰ পবিত্ৰ চিয়োন পৰ্ব্বতত
মোৰ ৰজাক স্থাপন কৰিলোঁ।"
[৭] "ময় বিধিটীৰ বৃত্তান্ত প্ৰচাৰ কৰিম;
যিহোৱাই মোক কৈছে, তুমি মোৰ পুত্ৰ;

মই আজিয়েই তোমাক জন্ম দিলোঁ।

৮ মোত খোজা, মই তোমাক অধিকারর অর্থে জাতিবোর দিম,

আরু পৃথিবীর সকলো সীমাত তোমার আধিপত্য পাতিম।

৯ তুমি সিহঁতক লোহার দণ্ডেরে ভাঙিবা;

কুমারর পাত্রর দরে তুমি সিহঁতক ডোখর ডোখর করিবা।"

১০ এতেকে এতিয়া হে রজাবিলাক, জ্ঞানবন্ত হোবা;

হে পৃথিবীর বিচারকর্ত্তাবিলাক, সতর্ক হোবা।

১১ ভয়েরে যিহোবার সেবা করা;

কম্পনেরে উল্লাস করা।

১২ পুত্রক চুমা খোবা;

নহলে তেওঁ ক্রুদ্ধ হব, আরু তোমালোক পথত বিনষ্ট হবা;

কিয়নো তেওঁর ক্রোধ অলপতে জ্বলি উঠিব পারে।

তেওঁত আশ্রয় লোবাবিলাক ধন্য।

## ৩

দায়ূদ আপোন পুত্র অব্‌চালোমর ওচরর পরা পলোরা সময়র তেওঁর রচিত গীত।

---

১ হে যিহোবা, মোর শত্রু কিমান বাঢ়িছে!

মোর বিরুদ্ধে অনেক লোক উঠিছে।

২ অনেক লোকে মোর প্রাণর বিষয়ে কয়,

"ঈশ্বরত তার নিমিত্তে পরিত্রাণ নাই।"

[ চেলা।

৩ তথাপি, হে যিহোবা, তুমিয়েই মোর চারিওফালর ঢাল;

তুমিয়েই মোর গৌরব আরু মোর মূর তোলোঁতা।

৪ মই বড় মাতেরে যিহোবার আগত প্রার্থনা করোঁ;

তাতে তেওঁ মোক পবিত্র পর্ব্বতর পরা উত্তর দিয়ে। [ চেলা।

৫ মই শুলোঁ, আরু টোপনি গলোঁ,

মই সার পালোঁ; কিয়নো যিহোবা মোর রক্ষক।

৬ যিবোরে মোর বিরুদ্ধে চারিওফালে সজ্জিত হৈ আছে,

মই সেই অযুত অযুত লোককৈ ভয় নকরোঁ।

৭ হে যিহোবা, উঠা, হে মোর ঈশ্বর, মোক পরিত্রাণ করা;

কিয়নো তুমি মোর সকলো শত্রুর দাঁতর হাড়ত আঘাত করোঁতা;

তুমি দুষ্টবোরর দাঁত ভাঙোতা।

৮ যিহোবাত্‌হে পরিত্রাণ আছে;

তোমার প্রজাবিলাকর ওপরত তোমার আশীর্ব্বাদ থাকোক। [ চেলা।

## ৪

প্রধান বাদ্যকরর নিমিত্তে। তাঁরযুক্ত যন্ত্রেরে গাব লগীয়া। দায়ূদর রচিত গীত।

---

১ হে মোর ন্যায়সাধক ঈশ্বর, মই প্রার্থনা করা কালত মোক উত্তর দিয়া।

ঠেকত পৰোঁতে তুমি মোক বহল ঠাই দিছিলা;

মোক কৃপা করা; মোর প্রার্থনা শুনা।

২ হে মনুষ্য-সন্তানবিলাক, কিমান কাল নো মোর গৌরব অপমানিত হৈ থাকিব?

কিমান কাল নো তোমালোকে অসারকে ভাল পাই মিছাকৈ কার্ব্বার করিবা?

[ চেলা।

৩ কিন্তু জানিবা, যিহোবাই নিজর নিমিত্তে সাধু জনক পৃথক করি রাখিলে।

মই যিহোবার আগত প্রার্থনা করা কালত তেওঁ শুনিব।

৪ তোমালোকে ভয় করা, পাপ নকরিবা;

তোমালোকে আপোনাবিলাকর শয্যাত মনতে কথা কোবা, আরু নিজম দি থাকা।

[ চেলা।

৫ তোমালোকে ধার্ম্মিকতার বলি উৎসর্গ করা,

আরু যিহোবাত বিশ্বাস রাখা।

৬ অনেক লোকে কয়, "কোনে আমাক মঙ্গলপ্রাপ্ত করিব?"

হে যিহোবা তোমার মুখর দীপ্তি আমার ওপরত উদয় করা।

[৭] যি কালত লোকবিলাকর শস্য আৰু দ্রাক্ষা-
রস অধিক হয়,
সেই কালর আনন্দতকৈয়ো তুমি মোর মনত
অধিক আনন্দ দিছা।
[৮] ময় শান্তিরে শয়ন করিয়েই টোপনি
যাম ;
কিয়নো, হে যিহোৱা, অকল তুমিয়েই মোক
নির্ভয়ে বাস করাওঁতা।

## ৫

প্রধান বাদ্যকরর নিমিত্তে। বাঁহীরে গাব
লগীয়া। দায়ূদর রচিত গীত।

---

[১] হে যিহোৱা, মোর বাক্যলৈ কাণ পাতা ;
মোর মনতে করা প্রার্থনালৈ মন দিয়া।
[২] হে মোর রজা, মোর ঈশ্বর, মোর কাত-
রোক্তির স্বর শুনা ;
কিয়নো ময় তোমার আগত্হে প্রার্থনা
করিছোঁ।
[৩] হে যিহোৱা, রাতিপুৱাই তুমি মোর স্বর
শুনিবা ;
রাতিপুৱাই ময় তোমার উদ্দেশে প্রার্থনা
উৎসর্গ করি বাট চাই থাকিম।
[৪] কিয়নো তুমি দুষ্টতাত সন্তোষ পাওঁতা ঈশ্বর
নোহোৱা ;
অধর্ম্ম তোমার আলহি হব নোৱারে।
[৫] অহঙ্কারীবোরে তোমার আগত থিয় হব
নোৱারে ;
তুমি সমুদায় কুকর্ম্মীবোরক ঘিণ করোঁতা।
[৬] তুমি মিছলীয়াবোরক বিনষ্ট করোঁতা ;
যিহোৱাই রক্তপাতকারী আৰু কপটীয়া
মানুহক ঘিণ করে।
[৭] কিন্তু ময় হলে, তোমার প্রচুর দয়াতেই
তোমার গৃহত সোমাব পারোঁ ;
তোমার পবিত্র ধর্ম্মধামর ফাললৈ মুখকৈ
তোমার ভয়ত প্রণিপাত করিব পারোঁ।
[৮] হে যিহোৱা, তুমি মোর শত্রুবোরর কারণে
আপোন ধার্ম্মিকতার গুণেরে মোক
চলোৱা ;
মোর সম্মুখত তোমার পথ সরল করা।
[৯] কিয়নো সিহঁতর মুখত একো ঠিক কথা
নাই,
সিহঁতর অন্তর দুষ্টতারে পরিপূর্ণ ;
সিহঁতর ডিঙির নলী মুকলি মৈদামস্বরূপ,
সিহঁতে নিজ নিজ জিবারে খুচামোদ করে।
[১০] হে ঈশ্বর, সিহঁতক দণ্ড দিয়া ;
সিহঁত নিজ নিজ আলচতে পতিত হওক।
তুমি সিহঁতর অধিক অপরাধর কারণে সিহঁ-
তক খেদাই দিয়া ;
কিয়নো সিহঁতে তোমার বিরুদ্ধে বিদ্রোহ-
আচরণ করিলে।
[১১] কিন্তু তোমাত আশ্রয় লোৱা সকলোবেই
আনন্দিত হওক,
সিবিলাকে সদাকাললৈকে আনন্দ-ধ্বনি
করোক,
কিয়নো তুমি সিবিলাকক রক্ষা করিছা ;
তোমার নাম প্রেম করোঁতাবিলাকে তোমাত
উল্লাস করোক।
[১২] কিয়নো, হে যিহোৱা, তুমিয়েই ধার্ম্মিকক
আশীর্ব্বাদ করোঁতা,
আৰু সিবিলাকক ঢালর নিচিনাকৈ অনু-
গ্রহেরে আবরণ করোঁতা।

## ৬

প্রধান বাদ্যকরর নিমিত্তে। চমীনীৎ সুরত
তাঁরযুক্ত যন্ত্রেরে গাব লগীয়া।
দায়ূদর রচিত গীত।

---

[১] হে যিহোৱা, তোমার ক্রোধত মোক ধমকি
নিদিবা ;
তোমার কোপত মোক শাস্তি নিদিবা।
[২] হে যিহোৱা, মোক কৃপা করা, কিয়নো ময়
হঁত হৈ গলোঁ ;
হে যিহোৱা, মোক সুস্থ করা, কিয়নো মোর
হাড়বোর কঁপিছে।
[৩] মোর প্রাণ অতি ব্যাকুল হৈছে ;
হে যিহোৱা, তুমি আৰু কিমান কাল পলম
করিবা ?
[৪] হে যিহোৱা, উলটি আহি মোর প্রাণ রক্ষা
করা ;
তোমার দয়া-গুণেরে মোক পরিত্রাণ করা।
[৫] কিয়নো মৃত-অবস্থাত তোমালৈ সোঁৱরণ
নেথাকে ;
চিয়োলত কোনে তোমার ধন্যবাদ করিব ?

৬ কেঁকাই কেঁকাই মোর ভাগর লাগিছে ;
প্রতিৰাতি মোৰ শয্যা ওপঙাওঁ ;
ময় চকুর পানীরে খাট তিয়াওঁ।
৭ সন্তাপত মোর চকু সোমাই গৈছে,
মোর সকলো বৈরীবোরর কারণে দুর্ব্বল হৈছে।

৮ হে কুকর্ম্মীবোর, মোর ওচরর পরা গুচি যাহঁক ;
কিয়নো যিহোবাই মোর ক্রন্দনর স্বর শুনিলে।
৯ যিহোবাই মোর নিবেদন শুনিলে ;
যিহোবাই মোর প্রার্থনা গ্রহণ করিব।
১০ মোর সকলো শক্রবোরে লাজ পাই অতি ব্যাকুল হব ;
সিহঁত হঠাতে লাজত পড়ি বিমুখ হব।

## ৭

বিন্যামীনীয়া কুচর কথার বিষয়ে যিহোবার উদ্দেশে দায়ুদে গান করা চিগগা-য়োন নামে গীত।

---

১ হে মোর ঈশ্বর যিহোবা, ময় তোমাতেই আশ্রয় লৈছোঁ ;
মোর পাছে পাছে খেদি অহাবোরর পরা মোক পরিত্রাণ করা, মোক উদ্ধার করা।
২ নহলে, সেই শক্রবে সিংহর দরে মোর হিয়া বিদারিব,
মোর উদ্ধারকর্ত্তা কোনো নথকাত মোক ডোখর ডোখর করিব।
৩ হে মোর ঈশ্বর যিহোবা, যদি ময় সেই কর্ম্ম করিলোঁ,
যদি মোর হাতত অন্যায় লাগি আছে,
৪ যদি মোর বন্ধুর অপকার করিলোঁ,
( এনে কি, অকারণে হোবা মোর বৈরীকো ময় উদ্ধার করিলোঁ। )
৫ তেন্তে, শক্রবে মোর পাছে পাছে খেদি গৈ মোর প্রাণ ধরোক,
মোর জীবন মাটিত গচকোক,
মোর মর্য্যাদা ধূলিত গচকোক। [চেলা।

৬ হে যিহোবা, ক্রোধেরে উঠা ;
মোর বৈরীবোরর খং-রাগর অহিতে আপো-নাকে গৌরবান্বিত করা,
আরু মোর অর্থে সার পোরা ; তুমি সোধ-বিচারর আজ্ঞা করিছা।
৭ লোকসমূহর মণ্ডলীয়ে তোমাক আগুরি থাকোক ;
তুমি সিবিলাকর ওপরেদি উর্দ্ধস্থানলৈ উলটি যোরা।
৮ যিহোবাই লোকবিলাকর বিচার করিছে ;
হে যিহোবা, মোর ধার্ম্মিকতা আরু মোর আন্তরিক যাথার্থিকতা অনুসারে বিচার করা।
৯ বিনয় করোঁ, দুষ্টবোরর দুষ্টতা শেষ হওক,
কিন্তু তুমি ধার্ম্মিক লোকক সুস্থির করা ;
কিয়নো মন আরু অন্তঃকরণর পরীক্ষক যি তুমি, তুমি ধর্ম্মময় ঈশ্বর।
১০ ঈশ্বর মোর ঢাল ধরোঁতা ;
তেওঁ সরল-চিত্তীয়াবিলাকর ত্রাণকর্ত্তা।
১১ ঈশ্বর ধর্ম্মময় বিচারকর্ত্তা,
প্রতিদিন ক্রোধ করোঁতা ঈশ্বর।
১২ কোনেও যদি মন নেপালটায়, তেন্তে তেওঁ আপোনার তরোৱাল ধরাব ;
তেওঁ আপোনার ধনুত কাঁড় দি ভিরাই পোনাইছে।
১৩ তেওঁ তার নিমিত্তে সংহারক অস্ত্র যুগুত করিছে ;
তেওঁ আপোন বাণবোর অগ্নিময় করিছে।
১৪ দেখা, অপকার জন্মাবর নিমিত্তে তার গর্ভ-বেদনা হৈছে ;
এনে কি, সি উপদ্রব গর্ভধারণ করি মিছাহে প্রসব করিছে।
১৫ সি গাঁত খান্দি দ করিছে ;
কিন্তু সি খন্দা গাঁতত নিজে পড়িল।
১৬ তার উপদ্রব তার মূরলৈকে উলটি আহিব,
তার অন্যায় তার নিজর তালুতে পড়িব।
১৭ ময় যিহোবার ধার্ম্মিকতা অনুসারে তেওঁর ধন্যবাদ করিম,
সর্ব্বোপরি যিহোবার নামর প্রশংসার গান করিম।

**৮** প্ৰধান বাদ্যকৰৰ নিমিত্তে। গিত্তীৎ সুৰত গাব লগীয়া। দায়ূদৰ ৰচিত গীত।

১ হে আমাৰ প্ৰভু যিহোৱা,
গোটেই পৃথিবীতে তোমাৰ নাম কেনে মহিমান্বিত!
তুমি আপোন গৌৰব আকাশৰ ওপৰত স্থাপন কৰিলা।
২ তুমি আপোন বৈৰী আৰু প্ৰতিকাৰ-ইচ্ছুক লোকৰ মুখ বন্ধ কৰিবলৈ,
তোমাৰ শত্ৰুবোৰৰ কাৰণে তুমি শিশু আৰু পিয়াহ খোৱাবিলাকৰ
মুখত পৰাক্ৰম নিৰূপণ কৰিলা।
৩ যেতিয়া মই তোমাৰ হাতে কৰা আকাশমণ্ডল,
তুমি নিৰূপণ কৰা চন্দ্ৰ আৰু তৰাবোৰৰ বিষয়ে চিন্তা কৰোঁ,
৪ তেতিয়া মই কওঁ, মানুহ নো কি, তুমি যে তাক সোঁৱৰণ কৰা?
মানুহৰ সন্তানেই বা কি, তুমি যে তাৰ বুজ-বিচাৰ লোৱা?
৫ কিয়নো তুমি তাক ঈশ্বৰত্বকৈ অলপহে সৰু কৰিলা,
আৰু গৌৰব ও মৰ্য্যাদাৰূপ মুকুটেৰে বিভূষিত কৰিলা।
৬ তোমাৰ হাতে কৰা সকলো বস্তুৰ ওপৰত তুমি তাক গৰাকী পাতিলা;
তুমি সকলোকে তাৰ ভৰিৰ তল কৰিলা।
৭ মেৰ গৰু আদিৰ সকলো জাক,
বনৰীয়া পশুবোৰ,
৮ আকাশৰ পক্ষী, সমুদ্ৰ-পথে গতি কৰা সাগৰৰ মাছবোৰ,
এই সকলোকে তাৰ ভৰিৰ তল কৰিলা।
৯ হে আমাৰ প্ৰভু যিহোৱা,
গোটেই পৃথিবীতে তোমাৰ নাম কেনে মহিমান্বিত!

**৯** প্ৰধান বাদ্যকৰৰ নিমিত্তে। মূৎ-লব্বেন সুৰত গাব লগীয়া। দায়ূদৰ ৰচিত গীত।

১ মই মোৰ সকলো চিত্তেৰে যিহোৱাৰ ধন্যবাদ কৰিম,
তোমাৰ সকলো আশ্চৰিত কৰ্ম্ম বৰ্ণাম।
২ মই আনন্দিত হৈ তোমাত উল্লাস কৰিম,
হে সৰ্ব্বোপৰি জনা, মই তোমাৰ নামৰ প্ৰশংসাৰ গান কৰিম;
৩ কাৰণ, মোৰ শত্ৰুবোৰে পিঠি দিছে,
সিহঁতে তোমাৰ সম্মুখত উজুটি খাই বিনষ্ট হৈছে।
৪ কিয়নো তুমি মোৰ হক স্থিৰ আৰু বিচাৰ নিষ্পত্তি কৰিলা,
আৰু তুমি সিংহাসনত বহি ন্যায় বিচাৰ কৰিলা।
৫ তুমি জাতিবোৰক ভৰ্ৎসনা কৰি দুষ্টক বিনষ্ট কৰিলা,
সিহঁতৰ নাম সৰ্ব্বকাললৈকে লোপ কৰিলা।
৬ শত্ৰু নিচেইকৈ অন্ত হল, সদাকাললৈকে উচ্ছন্ন হল;
তুমি নষ্ট কৰা নগৰবোৰ ধ্বংস হল,
সেইবোৰৰ নামো লুপ্ত হল।
৭ কিন্তু যিহোৱা হলে ৰজা হৈ অনন্ত কাললৈকে বহি আছে;
তেওঁ সোধ-বিচাৰৰ অৰ্থে আপোনাৰ সিংহাসন যুগুত কৰিলে।
৮ তেৱেঁই ধাৰ্ম্মিকতাত জগতৰ বিচাৰ কৰিব,
ন্যায়ৰূপে লোকসমূহৰ সোধ-বিচাৰ কৰিব;
৯ তাতে, উপদ্ৰৱ পোৱাবিলাকৰ নিমিত্তে যিহোৱা উচ্চ দুৰ্গস্বৰূপ হব,
সঙ্কটৰ কালত উচ্চ দুৰ্গস্বৰূপ হব।
১০ আৰু তোমাৰ নাম জনাবিলাকে তোমাত ভাৰসা ৰাখিব;
কিয়নো, হে যিহোৱা, তোমাক বিচাৰোঁতাবিলাকক তুমি ত্যাগ নকৰিলা।
১১ তোমালোকে চিয়োন-নিবাসী যিহোৱাৰ উদ্দেশে প্ৰশংসাৰ গান কৰা,
জাতিবোৰৰ মাজত তেওঁৰ কাৰ্য্যবোৰ প্ৰকাশ কৰা।
১২ কিয়নো ৰক্তপাতৰ বিচাৰ কৰোঁতা জনাই দুঃখীয়াবিলাকক সোঁৱৰণ কৰে;
তেওঁ সিবিলাকৰ কাতৰোক্তি কেতিয়াও নেপাহৰে।
১৩ হে মৃত্যুৰ দুৱাৰৰ পৰা মোক তোলোঁতা জনা,

ময় যেন তোমার সকলো প্ৰশংসা বৰ্ণাব পাৰিম,
এই নিমিত্তে, হে যিহোৱা, মোক কৃপা কৰা,
মোক ঘিণাওঁতাবোৰৰ পৰা পোৱা মোৰ ক্লেশলৈ চোৱা;
[14] ময় চিয়োন-জীয়ৰীৰ দুৱাৰত তোমাৰ পৰিত্ৰাণত আনন্দ কৰিম।
[15] জাতিবোৰে খন্দা গাঁতত সিহঁত নিজে ডুবিল,
সিহঁতে লুকুৱাই পতা জালত সিহঁতৰ নিজৰ নিজৰেই ভৰি লাগিল।
[16] যিহোৱাই নিজৰ পৰিচয় নিজে দিলে; তেওঁ বিচাৰ নিষ্পত্তি কৰিলে;
দুষ্টই আপোন হাতৰ কৰ্ম্মতেই ধৰা পড়িল।
[ হিগায়োন। চেলা।
[17] দুষ্টবোৰ চিয়োললৈ উলটি যাব;
ঈশ্বৰক পাহৰা সকলো জাতি তালৈ যাব।
[18] কিয়নো দুঃখীয়াক কেতিয়াও পাহৰা নেযাব,
দৰিদ্ৰবিলাকৰ আশা কেতিয়াও বিনষ্ট নহব।
[19] হে যিহোৱা, উঠা, মৰ্ত্ত্যক জয় কৰিবলৈ নিদিবা;
তোমাৰ সম্মুখত জাতিবোৰৰ বিচাৰ হবলৈ দিয়া।
[20] হে যিহোৱা, সিহঁতক ভয় লগোৱা;
জাতিবোৰ যে মৰ্ত্ত্য মাথোন, ইয়াক সিহঁতে জানোক। [ চেলা।

১০ হে যিহোৱা, তুমি কিয় দূৰৈত থিয় হৈ থাকা?
সঙ্কটৰ কালত কিয় লুকাই থাকা?
[2] দুষ্টৰ অহঙ্কাৰত দৰিদ্ৰই অতি তাড়না পাইছে;
সিহঁতে কল্পনা কৰা ছলত সিবিলাক ধৰা পড়িছে;
[3] কিয়নো দুষ্টই আপোনাৰ মনৰ কামনাক শলাগে,
আৰু লোভীয়ে যিহোৱাক ত্যাগ কৰি তেওঁক হেয়জ্ঞান কৰে।
[4] দুষ্টই গৰ্ব্ব কৰি কয়, "তেওঁ বিচাৰ নকৰিব;'
"ঈশ্বৰ নাই," এয়ে তাৰ সকলো চিন্তা।
[5] তাৰ পথ সদায় সুভাগ্যযুক্ত;
তোমাৰ শাসন-প্ৰণালীবোৰ ইমান ওখত আছে, যে, সেইবোৰ সি দেখা নেপায়;
সি তাৰ সকলো শত্ৰুকে ফুঁতে উড়াই দিয়ে।
[6] সি মনতে কয়, "ময় লৰচৰ নহম;
পুৰুষানুক্ৰমে কেতিয়াও বিপদত নপড়িম।"
[7] তাৰ মুখ শাও-শপনি, ছল, আৰু উপদ্ৰৱেৰে পৰিপূৰ্ণ;
তাৰ জিবাৰ তলত অপকাৰ আৰু অন্যায় থাকে।
[8] সি গাঁৱৰ গুপুত ঠাইত বহি থাকে;
সি আঁৰত নিৰ্দ্দোষীক বধ কৰে;
তাৰ চকুৱে অনাথক ধৰিবৰ নিমিত্তে গুপুতে চায়।
[9] সিংহই গাঁতত থকাৰ নিচিনাকৈ সি আপোনাৰ গুপুত ঠাইত খাপ দি থাকে;
সি দুঃখীয়াক ধৰিবলৈ খাপ দি থাকে;
সি আপোন জালেৰে দুঃখীয়াক টানি নি ধৰে।
[10] সি জঁাপ মাৰিবলৈ পেট পেলাই আপোনাকে চাপৰ কৰে;
তাতে দুঃখীয়াবিলাক তাৰ বলৱন্ত হাতোঁৰাত পড়ে।
[11] সি আপোন মনতে কয়, "ঈশ্বৰে পাহৰিলে;
তেওঁ আপোনাৰ মুখ লুকুৱাই থৈছে; তেওঁ কেতিয়াও নেদেখিব।"
[12] হে যিহোৱা, উঠা, হে ঈশ্বৰ, আপোন হাত দাঙা;
দুঃখীয়াবিলাকক নেপাহৰিবা।
[13] দুষ্টই ঈশ্বৰক কিয় হেয়জ্ঞান কৰে?
তেওঁ বিচাৰ নকৰিব বুলি মনতে কিয় কয়?
[14] তুমি তাক দেখিলাই;
কিয়নো তুমি আপোন হাতেৰে প্ৰতিফল দিবলৈ উপদ্ৰৱ আৰু হিংসালৈ দৃষ্টিপাত কৰোঁতা।
দুঃখীয়াই নিজক তোমাতেই সমৰ্পণ কৰে;
তুমিয়েই পিতৃহীনৰ সহায়।

[১৫] তুমি দুষ্টৰ বাহু ভাঙ্গি পেলোৱা ;
বাকী নথকাকৈ দুষ্টৰ দুষ্টতাৰ বিচাৰ কৰা।

[১৬] যিহোৱা অনন্ত কালৰ ৰজা ;
জাতিবোৰ দেশৰ পৰা উচ্ছন্ন হল।
[১৭] হে যিহোৱা, তুমি নম্ৰবিলাকৰ বাঞ্ছা শুনিলা।
[১৮] মৰ্ত্ত্য লোক যেন আৰু ভয়ানক নহয়,
এই নিমিত্তে, তুমি পিতৃহীনৰ আৰু উপদ্ৰৱ পোৱাবিলাকৰ বিচাৰ নিষ্পত্তি কৰিবলৈ,
সিবিলাকৰ মন সুস্থিৰ কৰিলা, আৰু সিবিলাকলৈ কাণ পাতিলা।

## ১১

প্ৰধান বাদ্যকৰৰ নিমিত্তে। দায়ূদৰ ৰচিত গীত।

[১] মই যিহোৱাতে আশ্ৰয় লৈছোঁ।
তোমালোকে মোৰ প্ৰাণক কেনেকৈ কব পাৰা, যে,
"পক্ষীৰ নিচিনাকৈ তোমালোকৰ পৰ্ব্বতলৈ পলাই যোৱা ?
[২] কিয়নো দেখা, আন্ধাৰত সৰল-চিত্তীয়া-বিলাকক মাৰিবলৈ
দুষ্টবোৰে ধনু ভিৰাইছে,
গুণত আপোন আপোন কাঁড় জুৰিছে।
[৩] যদি স্তম্ভবোৰ ভাঙ্গি পেলোৱা হয়,
তেন্তে ধাৰ্ম্মিক লোকে কি কৰিব পাৰে ?"
[৪] যিহোৱা আপোন পবিত্ৰ মন্দিৰত আছে ;
যিহোৱাৰ সিংহাসন স্বৰ্গত ;
তেওঁৰ চকুৱে মানুহক দেখে,
তেওঁৰ চকুৰ পিৰঠিয়ে মনুষ্য-সন্তানবিলাকক পৰীক্ষা কৰে।
[৫] যিহোৱাই ধাৰ্ম্মিক লোকক পৰীক্ষা কৰে ;
কিন্তু দুষ্ট আৰু অত্যাচাৰপ্ৰিয় লোকক তেওঁৰ আত্মাই ঘিণ কৰে।
[৬] তেওঁ দুষ্টবোৰৰ ওপৰত ফান্দ বৰষাব ;
অগ্নি, গন্ধক, আৰু দগ্ধ কৰা বায়ু সিহঁতৰ পানপাত্ৰৰ পেয় দ্ৰব্য হব।
[৭] কিয়নো যিহোৱা ধৰ্ম্মময় ; তেওঁ ধাৰ্ম্মিকতা ভাল পায় ;
সৰল লোকে তেওঁৰ মুখ দেখিব।

## ১২

প্ৰধান বাদ্যকৰৰ নিমিত্তে। চমীনীৎ সুৰত গাব লগীয়া। দায়ূদৰ ৰচিত গীত।

[১] হে যিহোৱা, সহায় কৰা ; কিয়নো সাধু লোক লোপ পালে ;
কাৰণ মনুষ্য-সন্তানবিলাকৰ মাজৰ পৰা বিশ্বাসীবিলাক শেষ হৈ গল।
[২] প্ৰতিজনে আপোন আপোন ওচৰ-চুবুৰীয়াৰ আগত মিছা কথা কয় ;
সিহঁতে খুচামুদী ওঁঠেৰে আৰু দুই মনেৰে কথা কয়।
[৩] যিহোৱাই সকলো খুচামুদী ওঁঠ
আৰু বড়-কথীয়া জিবা কাটি পেলাব।
[৪] সিহঁতে কয়, "আমাৰ জিবাৰেই আমি জিকিম ;
ওঁঠ আমাৰেই ; আমাৰ ওপৰত কাৰ স্বত্ব আছে ?"
[৫] যিহোৱাই কৈছে, "দুঃখীয়াবিলাকৰ উপদ্ৰৱ,
আৰু দৰিদ্ৰবিলাকৰ হুমুনিয়াহৰ কাৰণে মই এতিয়া উঠিম ;
মই পৰিত্ৰাণলৈ হাবিয়াহ কৰা জনক নিৰাপদে ৰাখিম।"
[৬] যিহোৱাৰ বাক্যবোৰ নিৰ্ম্মল বাক্য ;
সেইবোৰ মাটিত বহোৱা মহিত পৰীক্ষিত হোৱা সাতবাৰ খপা ৰূপৰ নিচিনা।
[৭] হে যিহোৱা, তুমি সিবিলাকক ৰক্ষা কৰিবা ;
সদাকাললৈকে এই কালৰ লোকবিলাকৰ পৰা তুমি সিবিলাকক ৰাখিবা।
[৮] যেতিয়া মনুষ্য-সন্তানবিলাকৰ মাজত দুষ্টতা আদৰণীয় হয়,
তেতিয়া দুষ্টবোৰ চাৰিওকালে ফুৰে।

## ১৩

প্ৰধান বাদ্যকৰৰ নিমিত্তে। দায়ূদৰ ৰচিত গীত।

[১] হে যিহোৱা, তুমি কিমান কাললৈ মোক নিচেইকৈ পাহৰি থাকিবা ?
কিমান কাললৈ মোৰ পৰা মুখ লুকুৱাই ৰাখিবা ?

২ ওরেদিন্‌টো হৃদয়ত দুঃখ রাখি,
কিমান কাল নো ময় বিবেচনা করি থাকিম?
কিমান কাললৈ মোর শত্রুক মোর ওপরত উন্নত করা হব?
৩ হে মোর ঈশ্বর যিহোৱা, মোলৈ দৃষ্টি করা, মোক উত্তর দিয়া;
মোর চকু উজ্জ্বল করা, নহলে, ময় মৃত্যু-নিদ্রাত টোপনি যাম;
৪ নহলে, মোর শত্রুৱে কব, "ময় তাক জয় করিলোঁ,"
আরু ময় লরচর হোৱাত মোর বৈরীবোর আনন্দিত হব।
৫ কিন্তু ময় হলে তোমার দয়াত বিশ্বাস করিছোঁ;
মোর মন তোমার পরিত্রাণত আনন্দিত হব।
৬ ময় যিহোৱার উদ্দেশে গান করিম;
কিয়নো তেওঁ মোলৈ শুভ করিলে।

## ১৪ প্রধান বাদ্যকরর নিমিত্তে। দায়ূদর রচিত গীত।

১ অজ্ঞানে আপোন মনতে ভাবে, "ঈশ্বর নাই।"
সিহঁত ভ্রষ্ট হল; সিহঁতে ঘিণলগীয়া কর্ম্ম করিছে;
সিহঁতর কোনেও সৎকর্ম্ম নকরিলে।
২ বিবেচক কোনো আছে কি নাই,
ঈশ্বরক বিচারোঁতা কোনো আছে কি নাই,
তাক জানিবর নিমিত্তে যিহোৱাই স্বর্গর পরা মনুষ্য-সন্তানবিলাকলৈ চালে।
৩ সিহঁত সকলো অপথে গল;
সিহঁত সকলোৱেই কলঙ্কিত হল;
সৎকর্ম্ম করোঁতা কোনো নাই, এজনো নাই।
৪ "যিবোরে মোর প্রজাক আহারর দরে খায়,
কিন্তু যিহোৱার আগত প্রার্থনা নকরে,
এনে কুকর্ম্মীবোরক জানো দণ্ড দিয়া নেযাব?"
৫ সেই ঠাইত সিহঁতক কঁপনিয়ে ধরিলে;
কিয়নো ঈশ্বর পবিত্র বংশর মাজত আছে।
৬ তহঁতে দুঃখীয়ার মন্ত্রণা ব্যর্থ করিব খুজিছ হয়, কিন্তু যিহোৱা তার আশ্রয়।
৭ অহ, চিয়োনর পরা ইস্রায়েলর পরিত্রাণ হলে, ময় কেনে ভাল পাওঁ!
যেতিয়া যিহোৱাই আপোন প্রজাবিলাকর বন্দী-অরস্থা পরিবর্ত্তন করিব,
তেতিয়া যাকোবে উল্লাস করিব, ইস্রায়েল আনন্দিত হব।

## ১৫ দায়ূদর রচিত গীত।

১ হে যিহোৱা, তোমার তাম্বুত কোনে প্রবাস করিব?
তোমার পবিত্র পর্ব্বতত কোনে বসতি কবিব?
২ যি জনে যথার্থ আচরণ আরু ধর্ম্মকর্ম্ম করে,
আরু আপোনার মনতে সঁচা কথা কয়,
৩ যি জনে জিবারে পরর কথা চর্চ্চি নুফুরে,
আপোন বন্ধুর অপকার নকরে,
আরু আপোন চুবুরীয়ার অহিতে দুনাম নকরে,
৪ যার দৃষ্টিত দুরাচারী লোক ঘৃণণীয়,
কিন্তু যিহোৱাক ভয় করোঁতা লোক আদরণীয়,
যি জনে শপথ করি, আপোনার হানি হলেও তার পরা নোলটে,
৫ যি জনে আপোনার রূপ সুদলৈ নিদিয়ে,
আরু নির্দ্দোষীর বিরুদ্ধে ভেঁটি নলয়, সেই জন।
এইবোর কর্ম্ম যি জনে করে, সেই জন কেতিয়াও লরচর নহব।

## ১৬ মিক্‌টাম নামেরে দায়ূদর রচিত গীত।

১ হে ঈশ্বর, মোক রক্ষা করা;
কিয়নো ময় তোমাত আশ্রয় লৈছোঁ।
২ ময় যিহোৱাক কলোঁ, "তুমিয়েই মোর প্রভু,
তোমার বাহিরে মোর মঙ্গল নাই"।
৩ যি পবিত্রবিলাক পৃথিবীত থাকে,
সিবিলাকেই আদরণীয়;
সম্পূর্ণকৈ সিবিলাকর ওপরত ময় সন্তুষ্ট।
৪ যিবোরে যিহোৱার সলনি অন্য দেবতা লয়,

সিহঁতৰ সন্তাপ অধিক হব ;
সিহঁতৰ তেজস্বৰূপ পেয় নৈবেদ্য মই উৎসৰ্গ নকৰিম,
আৰু সিহঁতৰ নামো মোৰ ওঁঠত নলম।
৫ মোৰ আধিপত্য আৰু পান-পাত্ৰৰ ভাগ যিহোৱা ;
তুমিয়েই মোৰ অংশ স্থিৰ কৰিছা।
৬ মোৰ পৰিমাণ-জৰী মনোহৰ ঠাইত পৰিছে,
এনে কি, মোৰ উত্তম আধিপত্য হৈছে।
৭ যি জনাই মোক মন্ত্ৰণা দিয়ে, মই সেই যিহোৱাৰ ধন্যবাদ কৰিম ;
ৰাতিও মোৰ হৃদয়ে মোক শিক্ষা দিয়ে।
৮ মই যিহোৱাক সদায় মোৰ সম্মুখত ৰাখোঁ ;
তেওঁ মোৰ সোঁহাতে থকাত মই লৰচৰ নহম।
৯ এই হেতুকে মোৰ মনে আনন্দ আৰু মোৰ প্ৰাণে উল্লাস কৰে ;
মোৰ শৰীৰো নিৰাপদে থাকিব।
১০ কিয়নো তুমি মোৰ প্ৰাণ চিয়োলত পৰিত্যাগ নকৰিবা,
তোমাৰ পবিত্ৰ জনক ক্ষয়স্থান দেখিবলৈ নিদিবা।
১১ তুমি মোক জীৱনৰ পথ জনাবা ;
তোমাৰ সম্মুখত তৃপ্তিজনক আনন্দ ;
তোমাৰ সোঁহাতে অনন্ত সুখ।

## ১৭ দায়ূদৰ প্ৰাৰ্থনা।

১ হে যিহোৱা, নিৰ্দ্দোষ-বাক্য শুনা ; মোৰ কাকুতিলৈ মন দিয়া ;
ছলনাকাৰী ওঁঠেৰে নকৰা মোৰ প্ৰাৰ্থনালৈ কাণ পাতা।
২ তোমাৰ সাক্ষাতে মোৰ বিচাৰ নিষ্পত্তি হওক ;
যি ন্যায়, তালৈ তোমাৰ চকু পৰে।
৩ তুমি মোৰ হৃদয় পৰীক্ষা কৰিলা ;
ৰাতিও মোৰ বুজ-বিচাৰ ললা ;
তুমি মোক খপি-পুৰিও চালা, একো নেপালা ;
মুখেৰে মই অপৰাধ নকৰিম বুলি স্থিৰ কৰিলোঁ।
৪ মনুষ্যৰ কাৰ্য্যৰ বিষয়ে হলে,
দুৰাচাৰী লোকৰ পথৰ পৰা মই নিজক তোমাৰ মুখৰ বাক্যেৰে পৃথকে ৰাখিছোঁ।
৫ মোৰ ভৰিয়ে তোমাৰ পথত খোপনি পুতি ধৰিলে ;
মোৰ ভৰি পিছল খোৱা নাই।
৬ মই তোমাৰ আগত প্ৰাৰ্থনা কৰিছোঁ,
কিয়নো, হে ঈশ্বৰ, তুমি মোক উত্তৰ দিওঁতা ;
মোলৈ কাণ পাতা, মোৰ বাক্য শুনা।
৭ তোমাত আশ্ৰয় লওঁতাবিলাকক
তোমাৰ সোঁ হাতেৰে বিপক্ষবোৰৰ পৰা পৰিত্ৰাণ কৰোঁতা যি তুমি,
তোমাৰ আশ্চৰিত দয়া প্ৰকাশ কৰা।
৮ মোক নষ্ট কৰোঁতা দুষ্টবোৰৰ হাতৰ পৰা,
মোক বেৰি ধৰোঁতা প্ৰাণনাশক শত্ৰুবোৰৰ হাতৰ পৰা
৯ চকুৰ মণিৰ নিচিনাকৈ মোক ৰাখা,
তোমাৰ ডেউকাৰ ছাঁৰে মোক ঢাকা।
১০ সিহঁতৰ গাৰ তেলে সিহঁতক ঢাকে ;
সিহঁতে মুখেৰে গৰ্ব্ব-কথা কয়।
১১ আমি খোজ কাঢ়ি যাওঁতে সিহঁতে আমাক বেৰি ধৰে ;
আমাক মাটিত পেলাবলৈ সিহঁতে সদায় চকু দি থাকে।
১২ সেই দুষ্ট জন ছিৰিবলৈ হাবিয়াহ কৰা সিংহৰ নিচিনা ;
সি গুপুতে থাপ দি থকা ডেকা সিংহৰ সদৃশ।
১৩ হে যিহোৱা, উঠা,
তাক আক্ৰমণ কৰা, তাক পেলোৱা ;
তোমাৰ তৰোৱালৰ দ্বাৰায় দুষ্ট লোকৰ পৰা মোৰ প্ৰাণ ৰক্ষা কৰা।
১৪ হে যিহোৱা, তোমাৰ হাতেৰে মানুহৰ পৰা,
যি সাংসাৰিক মনুষ্যৰ অংশ এই জীৱনতহে আছে,
যিবিলাকৰ পেট তুমি বহুমূল্য বস্তুৰে পূৰ কৰা,
যিবিলাকে সন্তানত তৃপ্ত হয়,

আৰু আপোন আপোন শিশুবিলাকৰ নিমিত্তে আপোনাৰ অৱশিষ্ট সম্পত্তি থৈ যায়,
সিঁহতৰ পৰা মোক ৰক্ষা কৰা।
[১৫] ময় হলে ধাৰ্ম্মিকতাৰ গুণে তোমাৰ মুখ দেখিম ;
সাৰ পাই তোমাৰ মূৰ্তিত তৃপ্ত হম।

## ১৮

প্ৰধান বাদ্যকৰৰ নিমিত্তে। যিহোৱাৰ দাস দায়ুদৰ ৰচিত গীত।

যি কালত যিহোৱাই দায়ুদক চৌল আদি সকলো শত্ৰুৰ হাতৰ পৰা উদ্ধাৰ কৰিলে, সেই কালত তেওঁ যিহোৱাৰ উদ্দেশে এই গীতৰ কথা কলে ; তেওঁ কলে,

[১] হে মোৰ বলস্বৰূপ যিহোৱা, ময় তোমাক অতি প্ৰীতি কৰোঁ।
[২] যিহোৱা মোৰ শিলা, মোৰ কোঁঠ, আৰু মোৰ উদ্ধাৰকৰ্ত্তা ;
তেওঁ মোৰ ঈশ্বৰ, মোৰ দুৰ্গ, ময় তেওঁতে আশ্ৰয় লৈছোঁ ;
তেওঁ মোৰ ঢাল, মোৰ ত্ৰাণৰ শিঙ, মোৰ উচ্চ দুৰ্গস্বৰূপ।
[৩] প্ৰশংসাৰ যোগ্য যি যিহোৱা, ময় তেওঁৰ আগত প্ৰাৰ্থনা কৰোঁ ;
তাতে মোৰ শত্ৰুবোৰৰ পৰা ময় উদ্ধাৰ পাওঁ।
[৪] মৃত্যু-জৰীয়ে মোক মেৰাই ধৰিছিল ;
অধৰ্ম্মৰূপ ঢল পানীয়ে মোক ভয় লগাইছিল।
[৫] চিয়োলৰ জৰীয়ে মোক আগুৰিছিল,
আৰু মৃত্যু-পাশে মোক মেৰাই ধৰিছিল।
[৬] ময় সঙ্কটৰ কালত যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলোঁ,
আৰু মোৰ ঈশ্বৰৰ আগত কাতৰোক্তি কৰিলোঁ ;
তেওঁ আপোন মন্দিৰৰ পৰা মোৰ মাত শুনিলে,
তেওঁৰ সম্মুখত কৰা মোৰ কাতৰোক্তি তেওঁৰ কাণত পৰিল।
[৭] তেতিয়া পৃথিবী কঁপিল, জোকাৰ খালে,
আৰু পৰ্ব্বতবোৰৰ মূলবোৰ জোকাৰ খাই লৰিল ;
কিয়নো তেওঁৰ ক্ৰোধ জ্বলি উঠিল।
[৮] তেওঁৰ নাকৰ পৰা ধূঁৱা ওলাই ওপৰলৈ গল,
তেওঁৰ মুখৰ পৰা ওলোৱা অগ্নিয়ে গ্ৰাস কৰিলে ;
তাৰ পৰা জ্বলি থকা আঙঠা ওলাই জ্বলি থাকিল।
[৯] তেতিয়া তেওঁ আকাশক দোঁৱাই নামিল ;
তেওঁৰ চৰণৰ তলত ঘোৰ অন্ধকাৰ আছিল।
[১০] তেওঁ কৰূবত উঠি উড়ি আহিল,
এনে কি, বায়ুৰূপ ডেউকাৰে উড়া মাৰি শীঘ্ৰে আহিল।
[১১] তেওঁ অন্ধকাৰক আপোনাৰ গুপ্তস্থান আৰু আপোনাৰ চাৰিওকালৰ আবাস কৰিলে ;
তেওঁ জলৰ অন্ধকাৰক আৰু আকাশখনৰ ঘন মেঘসমূহক তাম্বুৰূপে স্থাপন কৰিলে।
[১২] তেওঁৰ সম্মুখত থকা দীপ্তিৰ পৰা তেওঁৰ ঘন মেঘবোৰৰ মাজেদি
শিলাবৃষ্টি হল আৰু জ্বলি থকা আঙঠা ওলাল।
[১৩] যিহোৱাই আকাশত গৰ্জ্জন কৰিলে ;
সৰ্ব্বোপৰি জনাই আপোনাৰ মাত শুনালে ;
শিলাবৃষ্টি হল আৰু জ্বলি থকা আঙঠা ওলাল।
[১৪] তেওঁ আপোনাৰ বাণ মাৰি সিঁহতক গোট গোট কৰিলে,
আৰু বহু বজ্ৰ মাৰি সিঁহতক ব্যাকুল কৰিলে।
[১৫] তাতে, হে যিহোৱা, তোমাৰ ভৰ্ৎসনাত আৰু তোমাৰ নাকৰ নিশ্বাস-প্ৰশ্বাসৰ বায়ুত
জলসমূহৰ তলি দেখা গল, আৰু পৃথিবীৰ মূলবোৰ অনাবৃত হল।
[১৬] তেওঁ ওপৰৰ পৰা হাত মেলি মোক ললে,
তেওঁ মহাজলসমূহৰ পৰা মোক তুলি আনিলে।
[১৭] তেওঁ মোৰ বলৱন্ত শত্ৰুৰ পৰা মোক নিস্তাৰ কৰিলে,
মোৰ বৈৰীবোৰৰ পৰা উদ্ধাৰ কৰিলে ;

কিয়নো সিহঁত মোতকৈ অতি বলবন্ত আছিল।
[১৮] মোর বিপদর কালত সিহঁতে মোক আক্রমণ করিছিল;
কিন্তু যিহোবা মোর উপকারক হল।
[১৯] তেওঁ মোক বহল ঠাইলৈ উলিয়াই আনিলে;
তেওঁ মোক উদ্ধার করিলে, কিয়নো তেওঁ মোত সন্তোষ পালে।
[২০] যিহোবাই মোর ধাৰ্ম্মিকতা অনুসারে মোক পুরস্কার দিলে,
মোর সোঁ হাতর শুদ্ধতার দরে মোক ফল দিলে।
[২১] কিয়নো ময় যিহোবার পথত চলিলোঁ,
কুকৰ্ম্ম করি মোর ঈশ্বরক এরা নাই।
[২২] কারণ তেওঁর সকলো শাসন মোর সম্মুখত আছে,
ময় তেওঁর বিধিবোর মোর পরা দূর করা নাই।
[২৩] তেওঁর দৃষ্টিত ময় সিদ্ধও আছিলোঁ,
আরু নিজ অপরাধর পরা ময় নিজকে অঁতরাই রাখিলোঁ।
[২৪] এই হেতুকে যিহোবাই মোর ধাৰ্ম্মিকতা অনুসারে মোক ফল দিলে,
তেওঁর চকুর আগত থকা মোর হাতর শুদ্ধতার দরেই মোক ফল দিলে।
[২৫] তুমি দয়ালু জনলৈ দয়া ব্যবহার করোঁতা,
সরল জনলৈ সরল ব্যবহার করোঁতা;
[২৬] তুমি শুচি লোকলৈ শুচি ব্যবহার করোঁতা,
আরু খলুবা লোকলৈ চতুর ব্যবহার করোঁতা।
[২৭] কারণ তুমি দুঃখ পোবা লোকক পরিত্রাণ দিওঁতা,
কিন্তু গৰ্ব্বী চকুক তল করোঁতা।
[২৮] কিয়নো তুমিয়েই মোর প্রদীপ জ্বলাওঁতা;
মোর ঈশ্বর যিহোবাই মোর অন্ধকারক পোহর করি দিয়ে।
[২৯] কিয়নো তোমার সহায়ত ময় সৈন্যদলর বিরুদ্ধে খেদি যাওঁ,
আরু মোর ঈশ্বরর সহায়ত ময় জাঁপ মারি গড় পার হওঁ।
[৩০] ঈশ্বরর পথ হলে সিদ্ধ;
যিহোবার বাক্য নির্ভাজ;
তেওঁ আপোনাত আশ্রয় লোবা লোকর ঢালস্বরূপ।
[৩১] কিয়নো যিহোবার বাহিরে কোন ঈশ্বর আছে?
আমার ঈশ্বরত বাজে আরু কোন শিলা আছে?
[৩২] সেই ঈশ্বরে মোর কঁকাল বলস্বরূপ টঙালিরে বান্ধিছে;
তেওঁ মোর পথ সিদ্ধ করিছে।
[৩৩] তেওঁ মোর ভরি হরিণীর ঠেঙর সদৃশ করে;
আরু মোর ওখ ঠাইত তেওঁ মোক থিয় করায়।
[৩৪] তেওঁ মোর হাতক রণ করিবলৈ শিক্ষা দিয়ে;
তাতে মোর বাহুৱে পিত্তলর ধনুকো ভিরায়।
[৩৫] তুমি আপোন পরিত্রাণরূপ ঢাল মোক দিলা;
তোমার সোঁ হাতে মোক ধরি রাখিলে;
তোমার মৃদুতাই মোক মহান করিলে।
[৩৬] তুমি মোর ভরির তলর ঠাই বহল করিলা;
তাতে মোর ভরি পিচলি নগল।
[৩৭] ময় মোর শত্রুবোরর পাছত খেদি গৈ সিহঁতক ধরিলোঁ;
সিহঁত বিনষ্ট নহলমানে ময় উভটি নাহিলোঁ।
[৩৮] সিহঁতে উঠিব নোৱরাকৈ ময় সিহঁতক আঘাত করিলোঁ;
সিহঁত মোর ভরির তলত পতিত হল।
[৩৯] কিয়নো যুদ্ধ করিবর অর্থে তুমি মোক বলরূপ কটিবন্ধন দিলা;
তুমি মোর বিরুদ্ধে উঠাবোরক মোর তলতীয়া করিলা।
[৪০] তুমি মোর শত্রুবোরক মোলৈ পিঠি দিয়ালা;
তাতে মোক ঘিণ করোঁতাবোরক ময় সংহার করিলোঁ।
[৪১] সিহঁতে কাতরোক্তি করিলে, কিন্তু পরিত্রাণ করোঁতা কোনো নাছিল;

সিহঁতে যিহোবার আগত প্রার্থনা করিলে,
কিন্তু তেওঁ সিহঁতক উত্তর নিদিলে।
৪২ তাতে বতাহত উড়ি যোৱা ধূলির নিচি-নাকৈ মই সিহঁতক গুড়ি করিলোঁ।
বাটর বোকার দরে মই সিহঁতক পেলাই দিলোঁ।
৪৩ তুমি লোকবিলাকর বিবাদর পরা মোক রক্ষা করিলা;
তুমি মোক জাতিবোরর অধিপতি পাতিলা;
মোর অপরিচিত এক জাতি মোর দাস হল।
৪৪ শুনামাত্রকে পরজাতীয়বিলাকে মোর আজ্ঞা পালন করিলে;
পরজাতীয়বিলাক মোর বশীভূত হল।
৪৫ পরজাতীয়বিলাক নিরুৎসাহী হৈ,
আপোন আপোন দুর্গর পরা কঁপি কঁপি ওলাই আহিল।
৪৬ যিহোবা জীবন্ত; মোর শিলা ধন্য হওক,
মোর পরিত্রাণর ঈশ্বর গৌরবান্বিত হওক।
৪৭ যি জনাই মোর হৈ প্রতিকার সাধে,
আরু জাতিবোরক বশীভূত করি মোর তরির তল করে,
৪৮ আরু মোর শত্রুবোরর পরা মোক নিস্তার করে, সেই ঈশ্বর গৌরবান্বিত হওক;
এনে কি, তুমি মোর বিরুদ্ধে উঠাবোরর ওপরত মোক তোলা;
আরু উপদ্রবকারীবোরর পরাও মোক উদ্ধার করা।
৪৯ এই হেতুকে, হে যিহোবা, মই জাতি-বোরর মাজত তোমার ধন্যবাদ করিম,
আরু তোমার নামর উদ্দেশে প্রশংসার গান করিম।
৫০ তেওঁ আপোন রজাক মহাপরিত্রাণ দিয়ে;
তেওঁ আপোনার অভিষিক্ত জনক দয়া করে;
তেওঁ সদাকাললৈকে দায়ূদ আরু তেওঁর বংশক দয়া করিব।

## ১৯

প্রধান বাদ্যকরর নিমিত্তে।
দায়ূদর রচিত গীত।

---

১ গগণ-মণ্ডলে ঈশ্বরর মহিমা প্রকাশ করে;
আকাশ-মণ্ডলে তেওঁর হাতর কর্ম্ম দেখুবায়।
২ দিনে দিনর আগত কথা কয়;
রাতিয়ে রাতির আগত জ্ঞান প্রচার করে।
৩ বাক্য নাই ভাষাও নাই;
তার মাত শুনা নেযায়।
৪ তার পরিমাণ-জরী গোটেই পৃথিবীলৈ ওলাই গল;
তার বাক্য জগতর সীমালৈকে ব্যাপি গল;
তেওঁ তার মাজত সূর্য্যর নিমিত্তে তাম্বু স্থাপন করিলে।
৫ সেই সূর্য্য আপোনার শোবা খোঁটালীর পরা ওলোবা দরার নিচিনা;
সেয়ে বীরর নিচিনাকৈ আপোন পথত লর মারিবলৈ আনন্দ করে।
৬ সেয়ে আকাশ-মণ্ডলর ইমূরর পরা উদয় হৈ ঘূরি তার সিমূর পায়গৈ;
তার তাপ নোপোবাকৈ কোনো বস্তু লুকাই নেথাকে।

৭ যিহোবার ব্যবস্থা সিদ্ধ, প্রাণক সুস্থ করোঁতা;
যিহোবার সাক্ষ্য বিশ্বাসযোগ্য, অজ্ঞানক জ্ঞান দিওঁতা।
৮ যিহোবার আদেশবোর যথার্থ, মনর আনন্দজনক;
যিহোবার আজ্ঞা নির্ম্মল, চকুর দীপ্তিজনক।
৯ যিহোবাবিষয়ক ভয় শুচি, স্থিরস্থায়ী;
যিহোবার শাসন-প্রণালীবোর সত্য, সম্পূর্ণ-রূপে ন্যায়।
১০ সেইবোর সোণতকৈ বাঞ্ছনীয়, অধিক নিভাঁজ সোণতকৈয়ো বাঞ্ছনীয়;
সেইবোর মৌতকৈ সোবাদ, রহঘরার পরা জরি জরি ওলোবা মৌতকৈয়ো সোবাদ।
১১ তোমার দাসে সেইবোরর দ্বারায় সুশিক্ষা পায়;
সেইবোর পালন করিলে পরমলাভ হয়।
১২ কোনে আপোনার ভ্রান্তি গমি পাব পারে?
মোক গুপুত পাপর পরাও শুচি করা।
১৩ গর্ব্বকৃত পাপর পরাও তোমার দাসক ধরি রাখা;

সেইবোৰে মোৰ ওপৰত অধিকাৰ নকৰোক ;
তাতে মই সিদ্ধ হম, আৰু মহা-অপৰাধৰ পৰা শুচি হম ।
[14] হে মোৰ দুৰ্গ, মোৰ মুক্তিকৰ্ত্তা,
মোৰ মুখৰ বাক্য আৰু মোৰ মনৰ চিন্তা তোমাৰ দৃষ্টিত গ্ৰাহ্য হওক ।

## ২০

প্ৰধান বাদ্যকৰৰ নিমিত্তে ।
দায়ূদৰ ৰচিত গীত ।

[1] হে ৰজা, যিহোৱাই সঙ্কটৰ কালত আপোনাক উত্তৰ দিওক ;
যাকোবৰ ঈশ্বৰৰ নামে আপোনাক উচ্চস্থানত স্থাপন কৰোক ।
[2] তেওঁ পবিত্ৰস্থানৰ পৰা আপোনালৈ সহায় পঠাওক ;
চিয়োনৰ পৰা আপোনাক শক্তি দান কৰোক ।
[3] আপোনাৰ সকলো নৈবেদ্য সোঁৱৰণ কৰোক ;
আপোনাৰ হোম-বলি গ্ৰহণ কৰোক ।
[ চেলা ।
[4] আপোনাৰ সকলো মনৰ বাঞ্ছা পূৰ কৰোক ;
আপোনাৰ সকলো আলচ সিদ্ধ কৰোক ।
[5] আমি আপোনাৰ পৰিত্ৰাণত আনন্দ-ধ্বনি কৰিম ;
আমাৰ ঈশ্বৰৰ নামে আমি নিচান তুলিম ;
যিহোৱাই আপোনাৰ সকলো প্ৰাৰ্থনা সাফল কৰোক ।
[6] এতিয়া মই জানো, যে, যিহোৱাই নিশ্চয়ে আপোন অভিষিক্ত জনক পৰিত্ৰাণ দিব,
তেওঁ নিজ পৰিত্ৰাণ দিওঁতা সোঁ হাতৰ শক্তিৰে
আপোন পবিত্ৰ স্বৰ্গৰ পৰা তেওঁক উত্তৰ দিব ।
[7] কোনোৱে ৰথত, কোনোৱে ঘোঁৰাত ভাৰসা কৰে ;
কিন্তু আমি হলে, আমাৰ ঈশ্বৰ যিহোৱাৰ নাম মুখত লওঁ ।
[8] সিহঁতে উজুটি খাই পড়িল,



কিন্তু আমি হলে উঠি থিয় হৈ আছোঁ ।
[9] হে যিহোৱা, উদ্ধাৰ কৰা ;
আমি প্ৰাৰ্থনা কৰা কালত ৰজাই আমাক উত্তৰ দিওক ।

## ২১

প্ৰধান বাদ্যকৰৰ নিমিত্তে ।
দায়ূদৰ ৰচিত গীত ।

[1] হে যিহোৱা, তোমাৰ শক্তিত ৰজাই আনন্দ কৰে ।
তোমাৰ পৰিত্ৰাণত তেওঁ কেনে উল্লাসিত হয় !
[2] তুমি তেওঁৰ মনৰ বাঞ্ছা পূৰ কৰিলা,
তেওঁৰ ওঁঠৰ প্ৰাৰ্থনা সাফল নকৰাকৈ নেথাকিলা ।　　[ চেলা ।
[3] কিয়নো তুমি নানা মঙ্গলৰ আশীৰ্ব্বাদেৰে তেওঁৰ সম্মুখত উপস্থিত হলা ;
তুমি তেওঁৰ মূৰত নিভাঁজ সোণৰ কিৰীটি দিলা ।
[4] তেওঁ তোমাৰ পৰা দীৰ্ঘায়ু খুজিলে ; তুমি তেওঁক তাক দিলা ;
অনন্ত কালৰ নিমিত্তে তুমি তেওঁক পৰমায়ু দিলা ।
[5] তোমাৰ পৰিত্ৰাণত তেওঁ মহাগৌৰৱান্বিত হয় ;
তুমি তেওঁৰ ওপৰত মৰ্য্যাদা আৰু প্ৰতাপ ৰাখিছা ;
[6] কিয়নো তুমি তেওঁক সদাকাললৈকে আশীৰ্ব্বাদযুক্ত কৰিছা,
আৰু তোমাৰ সাক্ষাতে তেওঁক আনন্দেৰে আনন্দিত কৰিছা ।
[7] কিয়নো ৰজাই যিহোৱাত ভাৰসা কৰিছে ;
সৰ্ব্বোপৰি জনাৰ দয়াত তেওঁ লৰচৰ নহব ।

[8] আপোনাৰ হাতে আপোনাৰ সকলো শত্ৰুক বিচাৰি পাব ;
আপোনাৰ সোঁ হাতে আপোনাক ঘিণাওঁতাবোৰক পাব ।
[9] আপুনি আপোনাৰ ক্ৰোধৰ কালত সিহঁতক অগ্নিকুণ্ডস্বৰূপ কৰিব ;

যিহোৱাই নিজৰ কোপত সিহঁতক গ্ৰাস
করিব ;
অগ্নিয়ে সিহঁতক দগ্ধ করিব।
[১০] আপুনি পৃথিবীৰ পৰা সিহঁতৰ ফল,
আৰু মনুষ্য-সন্তানবিলাকৰ পৰা সিহঁতৰ বংশ
উচ্ছন্ন করিব।
[১১] কিয়নো সিহঁতে আপোনাৰ অহিতে কু-আলচ
পাতিলে,
সিহঁতে সিদ্ধ করিব নোৱৰা কুমন্ত্ৰণা করিলে।
[১২] কিয়নো আপুনি সিহঁতক বিমুখ করিব,
সিহঁতৰ মুখৰ অহিতে গুণত কাঁড় জুৰিব।
[১৩] হে যিহোৱা, আপোন পৰাক্ৰমেৰে উঠা ;
আমি গীত গাম, আমি তোমাৰ পৰাক্ৰমৰ
প্ৰশংসাৰ গান করিম।

## ২২

প্ৰধান বাদ্যকৰৰ নিমিত্তে। অয়েলৎ-
হচ্ছহৰ সুৰত গাব লগীয়া।
দায়ুদৰ ৰচিত গীত।

---

[১] হে মোৰ ঈশ্বৰ, হে মোৰ ঈশ্বৰ, তুমি মোক
কিয় ত্যাগ করিলা ?
মোৰ পৰিত্ৰাণ আৰু কেঁকনিৰ বাক্যৰ পৰা
কিয় দূৰৈত থাকা ?
[২] হে মোৰ ঈশ্বৰ, ময় দিনত তোমাৰ আগত
প্ৰাৰ্থনা কৰোঁ, কিন্তু তুমি উত্তৰ নিদিয়া ;
ৰাতিও প্ৰাৰ্থনা কৰোঁ, কিন্তু জিৰণি
নেপাওঁ।
[৩] তথাপি তুমি হলে পবিত্ৰ,
ইস্ৰায়েলৰ প্ৰশংসাৰূপ সিংহাসনত বহি
থাকোঁতা।
[৪] আমাৰ পিতৃবিলাকে তোমাত ভাৰসা
করিলে ;
ভাৰসা কৰাত তুমি সিবিলাকক উদ্ধাৰ
করিলা।
[৫] সিবিলাকে তোমাৰ আগত কাতৰোক্তি কৰাত
উদ্ধাৰ পালে ;
সিবিলাকে তোমাত ভাৰসা কৰাত বঞ্চিত
নহল।
[৬] কিন্তু ময় হলে পোকহে মাথোন, মানুহ নহওঁ ;
ময় মানুহৰ নিন্দা আৰু লোকবিলাকৰ অপ-
মানৰ বিষয়।
[৭] যিবিলাকে মোক দেখে, সেই সকলোৱে মোক
হাঁহে ;
সিহঁতে মুখ সিঁয়াৰে আৰু মূৰ জোকাৰে।
[৮] সিহঁতে কয়, "তয় যিহোৱাত ভাৰসা কৰ ;
তেওঁ তাক উদ্ধাৰ কৰোক ;
তেওঁ তাত সন্তোষ হল দেখি তাক ৰক্ষা
কৰোক।"
[৯] কিন্তু যি জনাই মোক মাতৃ-গৰ্ভৰ পৰা উলি-
য়াই আনিলে, সেই জনা তুমিয়েই ;
ময় মাতৃৰ পিয়াহ খোৱা কালত তুমি মোৰ
বিশ্বাস-ভূমি হলা।
[১০] গৰ্ভৰে পৰা ময় তোমাত অৰ্পিত হলোঁ ;
মোৰ মাতৃ-গৰ্ভৰ পৰাই তুমি মোৰ ঈশ্বৰ।
[১১] মোৰ পৰা দূৰৈত নেথাকিবা ; কিয়নো আপদ
ওচৰ ;
কাৰণ উপকাৰ কৰোঁতা কোনো নাই।
[১২] অনেক ভতৰাই মোক বেৰি ধৰিছে ;
বাচানৰ বলৱন্ত বৃষবিলাকে মোক আগুৰিছে।
[১৩] গৰ্জ্জন কৰোঁতা বিদাৰক সিংহৰ দৰে
সিহঁতে মোলৈ মুখ মেলিছে।
[১৪] ময় পানীৰ দৰে ঢলা হলোঁ,
আৰু মোৰ আটাইবোৰ হাড়ৰ জোৰা লৰিল ;
মোৰ মন মমৰ নিচিনা হৈ
মোৰ অন্তৰত পমি গল ;
[১৫] মোৰ বল খোলাৰ নিচিনাকৈ শুকাল ;
মোৰ জিবা তালুত লাগি ধৰিছে ;
তুমি মোক মৃত্যু-ধূলিলৈ নিছা।
[১৬] কিয়নো কুকুৰবোৰে মোক বেৰি ধৰিছে ;
দুৰাচাৰীবোৰৰ মণ্ডলীয়ে মোক বেৰিছে ;
সিহঁতে মোৰ হাত আৰু ভৰি বিন্ধিছে।
[১৭] ময় মোৰ আটাইবোৰ হাড় লেখিব পাৰোঁ ;
সিহঁতে মোলৈ দৃষ্টি কৰে, আৰু একেঠৰে চাই
থাকে।
[১৮] সিহঁতে আপোনাবিলাকৰ মাজত মোৰ কাপৰ
ভাগ বাঁটি লৈছে ;
সিহঁতে মোৰ বস্ত্ৰৰ অৰ্থে চিঠি খেলাইছে।
[১৯] কিন্তু, হে যিহোৱা, তুমি হলে দূৰৈত
নেথাকিবা,
হে মোৰ বল, মোক সহায় কৰিবলৈ শীঘ্ৰে
আহাঁ।
[২০] তৰোৱালৰ পৰা মোৰ প্ৰাণ ৰক্ষা কৰা ;

কুকুরর হাতর পরা মোর একটী প্রাণ উদ্ধার করা।
[২১] সিংহর মুখর পরা মোক পরিত্রাণ করা।
স্বরূপেই তুমি মোক উত্তর দি মেথনবোরর শিঙ্গর পরা রক্ষা করিলা।

[২২] মোর ভাইবিলাকর আগত ময় তোমার নাম প্রচার করিম ;
সভার মাজত তোমার প্রশংসা করিম।
[২৩] "হে যিহোবালৈ ভয় রাখোঁতাবিলাক, তেওঁর প্রশংসা করা ;
হে যাকোবর সমুদায় বংশ, তেওঁর গৌরব কীর্ত্তন করা ;
হে ইস্রায়েলর সমুদায় বংশ, তেওঁলৈ ভয় রাখা।
[২৪] কিয়নো তেওঁ দুঃখীয়ার দুঃখক হেয়জ্ঞান করা নাই, ঘিণো করা নাই ;
তার পরা আপোন মুখ ঢকা নাই ;
কিন্তু কাতরোক্তির সময়ত তেওঁ তাক শুনিলে।"
[২৫] মহাসভাত তুমিয়েই মোর প্রশংসার কারণ ;
তোমালৈ ভয় রাখোঁতাবিলাকর সাক্ষাতে ময় আপোন সঙ্কল্প সিদ্ধ করিম।
[২৬] নম্রবিলাকে খাই তৃপ্ত হব ;
যিহোবাক বিচারোঁতাবিলাকে তেওঁর গুণ কীর্ত্তন করিব।
"তোমালোকর হৃদয় চিরজীবী হওক।"
[২৭] পৃথিবীর গোটেই সীমাত থকা লোকবিলাকে যিহোবালৈ সোঁবরণ করি উলটি আহিব ;
জাতিবোরর সকলো গোষ্ঠীয়ে তোমার আগত প্রণিপাত করিব।
[২৮] কিয়নো রাজ্য যিহোবারেই,
আরু তেওঁ জাতিবোরর ওপরত শাসনকর্ত্তা।
[২৯] পৃথিবীত থকা হৃষ্টপুষ্ট আটাই লোকে ভোজন করি প্রণিপাত করিব ;
ধূলিলৈ নামি যাব লগীয়াবিলাকে,
আরু আপোন প্রাণ রাখিব নোবরা জনেও তেওঁর সাক্ষাতে আঁঠু পারিব।
[৩০] এক বংশই তেওঁর সেবা করিব ;
প্রভুর সম্বন্ধে সেই পরিত্রাণর কথা ভাবি-বংশকো কোবা যাব।
[৩১] সিবিলাকে আহি, তেওঁ আপোন কার্য্য সিদ্ধ করিলে বুলি কৈ,
আগলৈ জন্মিব লগা লোকবিলাকর আগত তেওঁর ধার্ম্মিকতা প্রকাশ করিব।

## ২৩ দায়ূদর রচিত গীত।

[১] যিহোবা মোর রক্ষক ; মোর অভাব নহব।
[২] তেওঁ মোক কুমলীয়া ঘাঁহনি পথারত শুবায় ;
আরু যত শান্তি আছে, এনে পানীর কোষে কোষে মোক চলায়।
[৩] তেওঁ মোর প্রাণ পুনরায় সুস্থ করে ;
নিজ নামর নিমিত্তে তেওঁ মোক ধর্ম্ম-পথত চলায়।
[৪] এনে কি, ময় মৃত্যুচ্ছায়ার উপত্যকাইদি চলিলেও,
ময় কোনো আপদলৈ ভয় নকরোঁ, কিয়নো তুমি মোর সঙ্গত আছা ;
তোমার লাখুটি আরু লাঠিয়ে মোক সান্ত্বনা দিয়ে।
[৫] তুমি মোর শত্রুবোরর সাক্ষাতে মোর সম্মুখত মেজ সজাইছা ;
তুমি মোর মূর তেলেরে তিয়াইছা ;
মোর পান-পাত্র উপচি পড়িছে।
[৬] অবশ্যে মঙ্গল আরু দয়া আয়ুসর সকলো কালত মোর পাছত যাওঁতা হব,
আরু ময় সদাকাললৈকে যিহোবার গৃহত বাস করিবলৈ পাম।

## ২৪ দায়ূদর রচিত গীত।

[১] পৃথিবী আরু তার সকলোবেই যিহোবার,
জগত আরু তাত বাস করাবিলাক তেওঁরেই।
[২] কিয়নো তেৱেঁই আটাই সমুদ্রর ওপরত তাক স্থাপন করিলে,
আরু স্রোঁতীবোরর ওপরত তাক দৃঢ় করি রাখিলে।
[৩] যিহোবার পর্ব্বতটোলৈ কোনে উঠি যাব পারে ?
তেওঁর পবিত্রস্থানত বা কোনে থিয় হব পারে ?

[৪] যার হাত শুচি, আরু মনো নির্ম্মল,
যি জনে অনর্থক কথালৈ আপোনার মন নেমেলে,
যি জনে ছল করি শপথ নেখায়, সেই জনেই উঠি যাব পারে।
[৫] সেই জনেই যিহোবার পরা আশীর্ব্বাদ পাব;
সেই জনে আপোন পরিত্রাণকর্ত্তা ঈশ্বরর পরা ধার্ম্মিকতা পাব।
[৬] যিবিলাকে তেওঁক বিচারে,
হে যাকোবর ঈশ্বর, যিবিলাকে তোমার সাক্ষাৎ পাবলৈ বিচারে,
সিবিলাকর বংশ তেনেকুবা। [ চেলা।

[৭] হে দুবারবিলাক, প্রতাপী রজা সোমাবর নিমিত্তে মূর দাঙা,
হে চিরস্থায়ী কপাটবিলাক, দাং খোবা।
[৮] সেই প্রতাপী রজা কোন?
পরাক্রমী বীর যিহোবা,
যুদ্ধ-বীর যিহোবা।
[৯] হে দুবারবিলাক, প্রতাপী রজা সোমাবর নিমিত্তে মূর দাঙা,
হে চিরস্থায়ী কপাটবিলাক, দাং খোবা।
[১০] সেই প্রতাপী রজা কোন?
বাহিনীবিলাকর যিহোবা তেবেঁই প্রতাপী রজা। [ চেলা।

## ২৫ দায়ূদর রচিত গীত।

---

[১] হে যিহোবা, মই তোমালৈহে অতিশয় হাবিয়াহ করিছোঁ।
[২] হে মোর ঈশ্বর, মই তোমাতহে ভারসা করিছোঁ;
মোক বঞ্চিত হবলৈ নিদিবা;
মোর শত্রুবোরক মোর ওপরত উল্লাস করিবলৈ নিদিবা।
[৩] স্বরূপেই, তোমালৈ অপেক্ষা করাবিলাকর কোনো বঞ্চিত নহব;
অকারণে বিশ্বাস-ঘাতকতা করোঁতা লোকহে বঞ্চিত হব।
[৪] হে যিহোবা, তোমার পথবোর মোক জনোবা;
তোমার বাটবোর মোক শিকোবা।
[৫] তোমার সত্যতাত মোক চলাই শিক্ষা দিয়া;
কিয়নো তুমি মোর ত্রাণকর্ত্তা ঈশ্বর;
ওরেদিনটো মই তোমালৈ অপেক্ষা করোঁ।
[৬] হে যিহোবা, তোমার অনেক প্রকার কৃপা আরু দয়া সোঁবরা;
কিয়নো সেই সকলো অনাদি কালর পরা হৈ আছে।
[৭] মোর ডেকা-কালর পাপ আরু অপরাধবোর নুসুঁবরিবা;
হে যিহোবা, তুমি আপোন দয়া অনুসারেই,
আপোন মঙ্গলদায়ক গুণেরেই মোক সোঁবরণ করা।
[৮] যিহোবা মঙ্গল দিওঁতা আরু ন্যায়বান;
এই নিমিত্তে তেওঁ পাপী লোকক পথ শিকায়।
[৯] তেওঁ নম্রবিলাকক ন্যায় বিচারর পথত চলায়,
নম্রবিলাকক আপোনার পথর বিষয়ে শিক্ষা দিয়ে।
[১০] যিবিলাকে যিহোবার নিয়মটী আরু বিধিবোর পালন করে,
সিবিলাকলৈ দয়া আরু সত্যতাই তেওঁর সকলো পথ।
[১১] হে যিহোবা, তোমার নামর গুণেরেই
মোর অপরাধ ক্ষমা করা, কিয়নো সেয়ে গুরুতর।
[১২] যিহোবালৈ ভয় রাখোঁতা মানুহ কোন?
সি মনোনীত করা পথ যিহোবাই তাক শিকাব।
[১৩] তার প্রাণ কুশলে বাস করিব;
তার বংশই দেশ অধিকার করিব।
[১৪] যিহোবালৈ ভয় রাখোঁতাবিলাক তেওঁর নিগূঢ় মন্ত্রণার অধিকারী;
তেওঁ সিবিলাকক আপোন নিয়মটী জনাব।
[১৫] মোর চকু সদায় যিহোবার ফাললৈ;
কিয়নো তেবেঁই মোর ভরি জালর পরা উলিয়াব।
[১৬] মোলৈ ঘুরি চোবা, মোক কৃপা করা;
কিয়নো মই অকলসরীয়া আরু দুঃখিত।
[১৭] মোর মনর যাতনা বাঢ়িছে;
মোর নানা ক্লেশর পরা মোক উদ্ধার করা।
[১৮] মোর দুঃখ আরু সঙ্কটলৈ দৃষ্টি করা,
আরু মোর সকলো পাপ ক্ষমা করা।

[১৯] মোর শত্রুবোরলৈ চোৱা, কিয়নো সিঁহত অনেক ;
সিঁহতে মোক ঘিণ করি নির্দ্দয়ারূপে হিংসা করে।
[২০] মোর প্রাণ ৰাখা, মোক মুক্ত কৰা ;
মোক বঞ্চিত হবলৈ নিদিবা, কিয়নো মই তোমাত আশ্রয় লৈছোঁ।
[২১] যাথার্থিকতা আরু সরলতাই মোক ৰাখোক ;
কিয়নো মই তোমালৈ অপেক্ষা করোঁ।
[২২] হে ঈশ্বর, ইস্রায়েলক মুক্ত করা,
সিবিলাকর আটাই দুঃখর পরা সিবিলাকক মুক্ত করা।

## ২৬ দায়ূদর রচিত গীত।

[১] হে যিহোৱা, মোর বিচার করা, কিয়নো মই নিজ সিদ্ধতাত চলিছোঁ,
অনররূপে মই যিহোৱাত ভারসা করিছোঁ।
[২] হে যিহোৱা, মোক পরীক্ষা করি দেখা ;
মোর মন আরু চিত্ত খপি চোৱা।
[৩] কিয়নো তোমার দয়া মোর চকুর আগত আছে,
আরু মই তোমার সত্যতাত চলিছোঁ।
[৪] অসার লোকবিলাকর লগত মই বহা নাই,
আরু কপটীয়াবোরে সৈতে নোসোমাওঁ।
[৫] মই দুরাচারীবোরর সভা ঘিণ করোঁ,
আরু দুষ্টবোরর লগত নবহোঁ ;
[৬] হে যিহোৱা, মোর স্তুতির স্বর শুনাবলৈ,
আরু তোমার আশ্চরিত কর্ম্ম প্রচার করিবলৈ,
[৭] মই হাত ধুই মোর নির্দ্দোষীতার সাক্ষ্য দি,
তোমার যজ্ঞবেদি প্রদক্ষিণ করিব খুজিছোঁ।
[৮] হে যিহোৱা, তোমার নিবাসর গৃহ মই প্রীতি করোঁ,
আরু তোমার গৌরবর বাসস্থান মই প্রেম করোঁ।
[৯] পাপীবোরর লগত মোর প্রাণ লৈ নেযাবা,
আরু রক্তপাতীবোরর লগত মোর জীবন নিনিবা।
[১০] সিঁহতর হাতত অনিষ্ট আছে ;
সিঁহতর সোঁ হাত ভেঁটিরে পরিপূর্ণ।
[১১] কিন্তু মই হলে নিজ সিদ্ধতাত চলোঁ ;
মোক মুক্ত করা, মোক কৃপা করা।
[১২] মোর ভরি সমান ঠাইত থিরে আছে ;
মই সমাজবোরর মাজত যিহোৱার ধন্যবাদ করিম।

## ২৭ দায়ূদর রচিত গীত।

[১] যিহোৱা মোর দীপ্তি আরু মোর পরিত্রাণ ; মই কালৈ ভয় করিম ?
যিহোৱা মোর জীবনরক্ষক কোঁঠ ; মই কার নিমিত্তে ত্রাসযুক্ত হম ?
[২] যেতিয়া দুরাচারীবোরে মোর মাংস খাবলৈ মোক আক্রমণ করিছিল,
মোর শত্রু আরু বৈরীবোরেও আক্রমণ করিছিল,
তেতিয়া সিঁহতে উজুটি খাই পড়িল।
[৩] সৈন্যসমূহে মোর বিরুদ্ধে ছাউনি পাতিলেও,
মোর হৃদয়ে ভয় নকরে ;
মোর বিরুদ্ধে রণ উঠিলে, তেতিয়াও মই ভারসা করি থাকোঁ।
[৪] যিহোৱার সৌন্দর্য্য দেখিবলৈ,
আরু তেওঁর মন্দিরত ধ্যান করিবলৈ,
মই যেন গোটেই জীৱনর কালত যিহোৱার গৃহত বাস করিবলৈ পাম,
মই যিহোৱার পরা এনে এটী বর খুজিছোঁ ;
তাকেই বিচারিম।
[৫] কিয়নো আপদর কালত তেওঁ মোক আপোন আবাসত গুপুতে রাখিব,
আপোন তাম্বুর গুপুত ঠাইত মোক লুকুৱাই রাখিব ;
তেওঁ শিলর ওপরত মোক তুলি থব।
[৬] এতিয়া মোর চারিওফালে বেরি ধরা শত্রুবোরতকৈ মোর মূর উন্নত হব,
আরু মই তেওঁর তাম্বুত জয়ধ্বনির বলি উৎসর্গ করিম।
মই গীত গাম, এনে কি, মই যিহোৱার উদ্দেশে প্রশংসার গান করিম।

[৭] হে যিহোৱা, মই উচ্চ স্বরেরে প্রার্থনা করা কালত কাণ দিয়া ;
মোক কৃপা করা, মোক উত্তর দিয়া।

৮ "তোমালোকে মোর সাক্ষাৎ পাবলৈ বিচাৰা,"
তুমি এই কথা কোৱাত মোর মনে কলে,
"হে যিহোৱা,ময় তোমার সাক্ষাৎ পাবলৈ বিচাৰিম।"
৯ তোমার মুখ মোর পরা নুলুকুৱাবা;
ক্রোধত তোমার দাসক দূর নকরিবা।
তুমি মোর সহায় হৈ আহিছা;
হে মোর পরিত্রাণর ঈশ্বর, মোক নেরিবা, মোক পরিত্যাগ নকরিবা।
১০ কিয়নো, মোর পিতৃ-মাতৃয়ে মোক ত্যাগ করিলেও,
যিহোৱাই মোক তুলি লব।
১১ হে যিহোৱা, মোক তোমার পথ শিকোৱা;
মোর বৈরীবোরর কারণে মোক সমান পথত চলোৱা।
১২ মোর শত্রুবোরর ইচ্ছাত মোক এরি নিদিবা;
কিয়নো মিছা সাক্ষীবোর আরু নিষ্ঠুররূপে কথা চর্চ্চি ফুরোঁতা লোক মোর অহিতে উঠিছে।
১৩ ময় জীবিতবিলাকর দেশত যিহোৱার মঙ্গল দেখিবলৈ পাম,
এই বুলি বিশ্বাস নকরা হলে, মোর কি হলহেঁতেন?
১৪ তুমি যিহোৱালৈ অপেক্ষা করা,
সাহীয়াল হোৱা, আরু তোমার অন্তঃকরণ সবল হওক;
পুনরায় কওঁ, যিহোৱালৈ অপেক্ষা করা।

## ২৮

দায়ূদর রচিত গীত।

১ হে যিহোৱা, ময় তোমার আগত প্রার্থনা করিছোঁ;
হে মোর শিলা, মোলৈ আওকাণ নকরিবা।
করিলে, তুমি মোলৈ নিজম দি থকাত,
ময় গাঁতলৈ যোৱাবিলাকর নিচিনা হম।
২ যেতিয়া ময় তোমার আগত কাতরোক্তি করোঁ,
আরু তোমার পবিত্র অন্তঃস্থানর ফাললৈ হাত দাঙোঁ,
তেতিয়া মোর নিবেদনর স্বর শুনিবা।
৩ যিবোরে অন্তঃকরণত হিংসা রাখি,
আপোন আপোন চুবুরীয়াই সৈতে শান্তির কথা কয়,
এনে দুষ্ট কুকর্ম্মীবোরর লগত মোক টানি নিনিবা।
৪ সিহঁতর কার্য্য অনুসারে, আরু সিহঁতর কর্ম্মর দুষ্টতা অনুসারেও
সিহঁতক প্রতিফল দিয়া; সিহঁতর হাতে করা কর্ম্মর দরে সিহঁতর প্রতিশোধ লোৱা;
সিহঁতর কর্ম্মর উচিত ফল সিহঁতক দিয়া।
৫ কিয়নো সিহঁতে যিহোৱার কার্য্য আরু তেওঁর হাতে করা কর্ম্ম নেমানে;
তেওঁ সিহঁতক নষ্ট করিব, আকৌ স্থাপন নকরিব।

৬ যিহোৱা ধন্য,
কিয়নো তেওঁ মোর কাকুতির স্বর শুনিলে।
৭ যিহোৱা মোর বল আরু ঢালস্বরূপ;
মোর মনে তেওঁত ভারসা রখাত ময় উপকার পাইছোঁ।
এই হেতুকে মোর মনে উল্লাস করিছে;
ময় নিজ গানেরে তেওঁর ধন্যবাদ করিম।
৮ যিহোৱা আপোন লোকবিলাকর বলস্বরূপ,
তেওঁ আপোন অভিষিক্ত জনর পরিত্রাণর দুর্গ।
৯ তোমার প্রজাবিলাকক পরিত্রাণ করা, তোমার আধিপত্যক আশীর্ব্বাদ করা;
সিবিলাকক প্রতিপালন করা, সিবিলাকক তুলি সদাকাললৈকে বৈ নিয়া।

## ২৯

দায়ূদর রচিত গীত।

১ হে ঈশ্বরর সন্তানবিলাক, যিহোৱার উদ্দেশে কীর্ত্তন করা,
যিহোৱার উদ্দেশে গৌরব আরু পরাক্রম কীর্ত্তন করা,
২ যিহোৱার উদ্দেশে তেওঁর নামর যোগ্য গৌরব কীর্ত্তন করা;
পবিত্র বস্ত্রর শোভারে যিহোৱার আগত প্রণিপাত করা।
৩ যিহোৱার স্বর জলসমূহর ওপরত আছে;
গৌরবান্বিত ঈশ্বরে বজ্রনাদ করিছে,
এনে কি, যিহোৱাই মহাজলসমূহর ওপরত বজ্রনাদ করিছে।

৪ যিহোৱার স্বর শক্তিযুক্ত ;
যিহোৱার স্বর গৌরৱেরে পরিপূর্ণ।
৫ যিহোৱার স্বরে এরচ বৃক্ষবোর ডোখর ডোখর করিছে ;
যিহোৱাই লিবানোনর এরচ বৃক্ষবোর ডোখর ডোখরকৈ ভাঙ্গি পেলাইছে।
৬ তেওঁ সেইবোরক দামুরি পোৱালির দরে ডেও দিয়াইছে ;
তেওঁ লিবানোন আৰু চিরিয়োনক ডেকা মেথনর নিচিনাকৈ জঁপিওৱাইছে।
৭ যিহোৱার স্বরে বিজুলীর ডাল মেলাইছে।
৮ যিহোৱার স্বরে অরণ্যক কঁপাইছে ;
যিহোৱাই কাদেচর অরণ্যক কঁপাইছে।
৯ যিহোৱার স্বরে হরিণীর পোৱালি জগোৱাইছে, আৰু জারণীক লঠা করিছে ;
আৰু তেওঁর মন্দিরত সকলোৱে গৌরব গৌরব বুলি কৈছে।

১০ যিহোৱাই জলপ্লাবনর কালত রজা হৈ বহিল,
এনে কি, যিহোৱা অনন্ত কাললৈকে রজা হৈ বহি থাকে।
১১ যিহোৱাই আপোন প্রজাবিলাকক শক্তি দান করিব ;
যিহোৱাই আপোন প্রজাবিলাকক শান্তি দি আশীর্ব্বাদ করিব।

## ৩০

গীত। গৃহ প্রতিষ্ঠা করা সময়ত গোৱা দায়ুদর রচিত গীত।

১ হে যিহোৱা, ময় তোমার প্রশংসা করোঁ ;
কিয়নো তুমি মোর উন্নতি করিলা,
আৰু মোর শত্রুবোরক মোর ওপরত আনন্দ করিবলৈ নিদিলা।
২ হে মোর ঈশ্বর যিহোৱা,
ময় তোমার আগত কাতরোক্তি করিলত, তুমি মোক সুস্থ করিলা।
৩ হে যিহোৱা, তুমি চিয়োলর পরা মোর প্রাণ তুলি আনিলা,
মোক গাঁতলৈ যাব নিদি জীয়াই রাখিলা।
৪ হে যিহোৱার সাধু লোকবিলাক, তেওঁর উদ্দেশে প্রশংসার গান করা,
তেওঁর পবিত্র নামর ধন্যবাদ করা।
৫ কিয়নো তেওঁর ক্রোধ খন্তেকীয়া,
তেওঁর অনুগ্রহ জীৱনর গোটেই কাললৈকে ;
ক্রন্দন রাতি থাকিব পারে, কিন্তু রাতিপুৱাতে আনন্দ আহে।
৬ ময় হলে মোর সুখর অৱস্থাত কৈছিলোঁ,
"ময় কেতিয়াও লরচর নহম।"
৭ হে যিহোৱা, তুমি আপোন অনুগ্রহেরেই মোর পর্ব্বত দৃঢ়কৈ স্থাপন করিছিলা ;
তুমি মুখ লুকুউৱাত ময় ব্যাকুল হৈছিলোঁ ;
৮ হে যিহোৱা, ময় তোমার আগত প্রার্থনা করিলোঁ,
যিহোৱার আগত কাকুতি করি কলোঁ,
৯ "ময় গাঁতলৈ নামি গলে মোর রক্তপাতত কি লাভ ?
ধূলিয়ে জানো তোমার স্তুতি করিব, তোমার সত্যতা প্রকাশ করিব ?
১০ হে যিহোৱা, শুনা, মোক কৃপা করা ;
হে যিহোৱা, মোর সহায় হোৱা।"
১১ মোর প্রাণে যেন নিজম দি নেথাকি তোমার প্রশংসার গান করে,
এই নিমিত্তে তুমি মোর বিলাপ নৃত্যত পরিণত করিলা ;
তুমি মোর চট কাপর সোলোকাই মোর কর্কালত আনন্দরূপ টঙালি বান্ধিলা।
১২ হে মোর ঈশ্বর যিহোৱা,
ময় অনন্ত কাললৈকে তোমার ধন্যবাদ করিম।

## ৩১

প্রধান বাদ্যকরর নিমিত্তে। দায়ুদর রচিত গীত।

১ হে যিহোৱা, ময় তোমাতেই আশ্রয় লৈছোঁ ;
মোক কেতিয়াও বঞ্চিত হবলৈ নিদিবা ;
তোমার ধার্ম্মিকতার গুণেরে মোক রক্ষা করা।
২ মোলৈ কাণ পাতা, মোক শীঘ্রে উদ্ধার করা ;
তুমি মোর দৃঢ় কোঁঠ হোৱা, মোক পরিত্রাণ করিবলৈ দুর্গস্বরূপ গৃহ হোৱা।
৩ কিয়নো তুমি মোর শিলা, আৰু মোর দুর্গ ;
এই হেতুকে তোমার নামর কারণে তুমি মোর পথদর্শক হৈ মোক চলাবা।

৪ সিহঁতে মোর নিমিত্তে গুপুতে পতা জালর পরা
তুমি মোক উলিওৱা;
কিয়নো তুমি মোর দৃঢ় আশ্রয়।
৫ময় তোমার হাতত মোর প্রাণ সোধাই দিছোঁ;
হে সত্য ঈশ্বর যিহোৱা, তুমি মোক মুক্ত করিলা।
৬অসার বস্তুবোর মানোতা লোকক ময় ঘিণ করোঁ;
কিন্তু ময় হলে যিহোৱাত ভারসা করোঁ;
৭ময় তোমার অনুগ্রহত আনন্দ আরু উল্লাস করিম;
কিয়নো তুমি মোর দুঃখলৈ দৃষ্টি করিলা,
সঙ্কটর কালত তুমি মোর প্রাণর বুজ-বিচার ললা;
৮আরু মোক শত্রুর হাতত সোধাই নিদিলা;
বহল ঠাইত তুমি মোর ভরি রাখিলা।

৯হে যিহোৱা, মোক কৃপা করা, কিয়নো ময় ঠেকত পড়িছোঁ;
মনর দুঃখত মোর চকু সোমাই গৈছে, এনে কি, মোর প্রাণ আরু শরীরো ক্ষীণ হৈ গৈছে।
১০কিয়নো শোকত মোর জীৱনর শেষ হৈছে,
হুমুনিয়াহত মোর বছর কেইটার অন্ত হৈছে;
মোর অপরাধত মোর শক্তি লোপ পাইছে,
আরু মোর অস্থিবোর শুকাই গৈছে।
১১মোর সকলো শত্রুর কারণে ময় নিন্দনীয় হৈছোঁ;
এনে কি, মোর ওচর-চুবুরীয়াবিলাকর আগত ময় অতিশয় নিন্দনীয় হৈছোঁ,
আরু মোর চিনাকীবিলাকলৈকো ময় ভয়র কারণ হৈছোঁ;
যিবিলাকে মোক বাহিরত দেখিবলৈ পায়, সিবিলাক মোর পরা পলায়।
১২ময় মৃত লোকর নিচিনা মনর পরা বিস্মৃত হৈছোঁ;
ময় ভগা পাত্রর নিচিনা হলোঁ।
১৩কিয়নো ময় অনেকে দিয়া অপবাদ শুনিছোঁ,
চারিওফালে ভয় আছে;
সিহঁতে মোর অহিতে আলচ পাতিছে,
মোর প্রাণ লবলৈ কুমন্ত্রণা করিছে।

১৪কিন্তু, হে যিহোৱা, ময় হলে, তোমাত ভারসা করিছোঁ;
ময় কৈছোঁ, "তুমিয়েই মোর ঈশ্বর।"
১৫মোর সকলো সময় তোমার হাতত আছে;
মোর শত্রুবোরর হাতর পরা, আরু মোর তাড়নাকারীবোররর পরা মোক উদ্ধার করা।
১৬তোমার দাসলৈ তোমার মুখ উজ্জ্বল করা;
তোমার দয়ারে মোক পরিত্রাণ করা।
১৭হে যিহোৱা, মোক বঞ্চিত হবলৈ নিদিবা, কিয়নো ময় তোমার আগত প্রার্থনা করিছোঁ।
দুষ্টবোর বঞ্চিত হওক, সিহঁতে চিয়োলত নিজম দি থাকোক।
১৮যি মিছলীয়া ওঁঠে অহঙ্কার আরু হেয়জ্ঞানেরে
ধার্ম্মিকবিলাকর বিপক্ষে গর্ব্ব-কথা কয়, সেয়ে বোবা হওক।

১৯যি মঙ্গল তোমালৈ ভয় করোঁতাবিলাকর নিমিত্তে তুমি সাঁচি থৈছা,
যি মঙ্গল মনুষ্য-সন্তানবিলাকর সাক্ষাতে, তোমাত আশ্রয় লোৱা লোকলৈ তুমি সাধন করিছা,
তুমি দিয়া সেই মঙ্গল কেনে মহৎ!
২০তুমি মনুষ্যবিলাকর কুমন্ত্রণার পরা সিবিলাকক তোমার শ্রীমুখর গুপ্তস্থানত লুকুৱাই রাখোঁতা,
জিবাবোরে বিরুদ্ধ করার পরা সিবিলাকক তোমার আবাসত রাখোঁতা।
২১যিহোৱা ধন্য হওক;
কিয়নো তেওঁ এখন দৃঢ় নগরত মোলৈ আশ্চরিত দয়া করিলে।
২২ময় মনর অধৈর্য্যত কৈছিলোঁ, "ময় তোমার দৃষ্টির পরা উচ্ছন্ন হলোঁ;"
তথাপি ময় তোমার আগত কাতরোক্তি করা সময়ত, তুমি মোর কাকুতির স্বর শুনিলা।
২৩হে যিহোৱার সাধুবিলাক, তেওঁক প্রেম করা;
যিহোৱাই বিশ্বাসীবিলাকক রক্ষা করে,
কিন্তু গর্ব্ব-আচরণ করোঁতাবোরক অধিক প্রতিফল দিয়ে।
২৪হে যিহোৱালৈ অপেক্ষা করোঁতাবিলাক,
বলবন্ত হোৱা, তোমালোকর হৃদয় সাহীয়াল হওক।

৩২ মচ্কীল নামে দায়ূদর রচিত গীত।

[১] যার অপরাধ ক্ষমা করা হয়,
যার পাপ ঢকা হয়, সেই জন ধন্য।
[২] যি মানুহর দোষ যিহোৱাই নিলিখে,
আরু যার মনত প্রবঞ্চনা নাই, সেই জন ধন্য।
[৩] ময় যেতিয়া, পাপ স্বীকার নকরি মনে মনে আছিলোঁ,
তেতিয়া, ওরেদিন্টো কেঁকাই থকাত মোর অস্থিবোর ক্ষয় পাইছিল।
[৪] কিয়নো দিনে-রাতিয়ে তোমার হাত মোর ওপরত গধুর হৈ আছিল,
মোর গার রস পরিবর্ত্তন হৈ ঘাম্কালির খরালি যেন হৈছিল। [চেলা।

[৫] ময় তোমার আগত মোর পাপ সৈ কাঢ়িলোঁ ;
মোর অপরাধ আরু লুকুৱাই নেরাখিলোঁ ;
ময় কলোঁ, "যিহোৱার আগত মোর অপরাধ সৈ কাঢ়িম ;"
তাতে পাপত পড়া মোর দোষ তুমি ক্ষমা করিলা।
[৬] এই নিমিত্তে প্রতিজন সাধুৱে তোমাক পাব পরা কালত তোমার আগত প্রার্থনা করোক ;
অৱশ্যে মহা-জলপ্লাবনেও সেই জনর ওচর নেপাব।
[৭] তুমি মোর গুপ্তস্থান ; তুমি মোক সঙ্কটর পরা উদ্ধার করোঁতা ;
মুক্তির জয়ধ্বনিরে তুমি মোক আবরি রাখোঁতা। [চেলা।
[৮] ময় তোমাক বুদ্ধি দিম ;
তুমি যাব লগীয়া পথ ময় শিকাম ;
তোমার ওপরত ময় দৃষ্টি রাখি পরামর্শ দিম।
[৯] তোমালোক অজ্ঞান ঘোঁরা বা খছরর নিচিনা নহবা ;
সিহঁতর ভূষণস্বরূপ দনা আরু লাগামেরে সিহঁতক দমাব লাগে ;
নহলে, সিহঁত তোমার ওচর নেচাপিব।
[১০] দুষ্ট লোকর যাতনা অধিক ;
কিন্তু যি জনে যিহোৱাত নির্ভর করে, সেই জনক দয়াই আবরি রাখে।
[১১] হে ধার্ম্মিকবিলাক, যিহোৱাত আনন্দিত হৈ উল্লাস করা,
আরু হে সরল-চিত্তীয়া লোকবিলাক, আনন্দ-ধ্বনি করা।

৩৩ হে ধার্ম্মিকবিলাক, যিহোৱাত আনন্দ-ধ্বনি করা ;
প্রার্থনা করা সরল লোকবিলাকর উপযুক্ত।
[২] তোমালোকে বীণারে যিহোৱার ধন্যবাদ করা,
দহ গুণীয়া নেবল যন্ত্রেরে তেওঁর প্রশংসার গান করা।
[৩] তোমালোকে তেওঁর উদ্দেশে এটী নতুন গীত গোৱা ;
জয়ধ্বনিরে মনোহর বাদ্য করা।
[৪] কিয়নো যিহোৱার বাক্য যথার্থ ;
তেওঁর সকলো কার্য্য বিশ্বাসযোগ্য।
[৫] তেওঁ ধার্ম্মিকতা আরু ন্যায় বিচার ভাল পায় ;
পৃথিবী যিহোৱার দয়ারে পরিপূর্ণ।
[৬] যিহোৱার বাক্যর দ্বারায় আকাশ-মণ্ডল নির্ম্মাণ করা হল,
আরু তেওঁর মুখর প্রশ্বাসেরেই তার সকলো বাহিনী হল।
[৭] তেওঁ সমুদ্রর জলসমূহক গোটাই দ'ম করে ;
তেওঁ জলসমূহক ভঁরালবোরত রাখে।
[৮] গোটেই পৃথিবীয়ে যিহোৱালৈ ভয় রাখোক ;
জগতবাসীবিলাকেও তেওঁর পরা ত্রাসিত হওক।
[৯] কিয়নো তেওঁ বাক্য কোৱামাত্রে তার সৃষ্টি হল,
তেওঁ আজ্ঞা দিয়ামাত্রে সেয়ে স্থিতি হল।
[১০] যিহোৱাই জাতিবোরর মন্ত্রণা নিষ্ফল করে ;
তেওঁ লোকসমূহর সঙ্কল্পবোর ব্যর্থ করে।
[১১] যিহোৱার মন্ত্রণা সদাকাললৈকে থাকে ;
তেওঁর চিত্তর কল্পনা পুরুষানুক্রমে থাকে।
[১২] যি জাতির ঈশ্বর যিহোৱা, সেই জাতি ধন্য ;
যি লোকবিলাকক তেওঁ আপোন আধিপত্যর নিমিত্তে মনোনীত করিলে, সেই লোক-বিলাক ধন্য।
[১৩] যিহোৱাই স্বর্গর পরা তললৈ চায় ;
তেওঁ সকলো মনুষ্য-সন্তানক দেখে।
[১৪] তেওঁ আপোন বাসস্থানর পরা
পৃথিবীর আটাই নিবাসী লোকলৈ দৃষ্টি করে।
[১৫] তেওঁ সিবিলাকর প্রতিজনর হৃদয়র নির্ম্মাণ-কর্ত্তা ;

তেওঁ সিবিলাকর সকলো কাৰ্য্য আলোচনা করোঁতা।
[১৬] রজাই বহু সৈন্যর দ্বারায় পরিত্রাণ নেপায়;
বীরে মহাশক্তির দ্বারায় রক্ষা নেপায়।
[১৭] পরিত্রাণর অর্থে ঘোঁরা মিছা;
সি তার মহাবলেরে কাকো তরাব নোৱারে।
[১৮] দেখা, যিবিলাকে যিহোৱালৈ ভয় রাখে,
যিবিলাকে তেওঁর দয়ালৈ অপেক্ষা করে,
[১৯] সিবিলাকর প্রাণ মৃত্যুর পরা উদ্ধার করিবলৈ,
আরু আকালর সময়ত সিবিলাকক জীয়াই রাখিবলৈ,
যিহোৱার দৃষ্টি সিবিলাকর ওপরত থাকে।
[২০] আমার প্রাণ যিহোৱার অপেক্ষাত আছে;
তেওঁ আমার সহায় আরু আমার ঢাল।
[২১] কিয়নো আমার মনে তেওঁত আনন্দ করিব;
কারণ আমি তেওঁর পবিত্র নামত ভারসা করিছোঁ।
[২২] হে যিহোৱা, আমি তোমাত আশা করা অনুসারে
তোমার দয়া আমার ওপরত থাকোক।

## ৩৪

দায়ুদে অবীমেলকর আগত বাতুলর বেশ ধরোঁতে অবীমেলকে তেওঁক খেদাই দিয়াত, তেওঁ গুচি যোৱা সময়র তেওঁর রচিত গীত।

---

[১] ময় সকলো সময়তে যিহোৱার ধন্যবাদ করিম;
তেওঁর প্রশংসা সদায় মোর মুখত থাকিব।
[২] মোর প্রাণে যিহোৱাতেই গৌরব করিব;
নম্রবিলাকে তাকে শুনি আনন্দিত হব।
[৩] তোমালোকে মোরে সৈতে যিহোৱার মহিমা কীর্ত্তন করা,
আহঁা, আমি একেলগে তেওঁর নামর প্রশংসা করোঁহঁক।
[৪] ময় যিহোৱাক বিচারিলোঁ; তাতে তেওঁ মোক উত্তর দিলে,
আরু মোর সকলো ভয়র পরা তেওঁ মোক উদ্ধার করিলে।
[৫] সিবিলাকে তেওঁলৈ চাই প্রফুল্লিত হল;
সিবিলাকর মুখ কেতিয়াও বিবর্ণ নহব।
[৬] এই দুঃখীয়ে প্রার্থনা করিলত যিহোৱাই শুনিলে,
আরু তার সকলো সঙ্কটর পরা তাক পরিত্রাণ করিলে।
[৭] যিহোৱার দূতে তেওঁলৈ ভয় রাখোঁতাবিলাকর চারিওকালে ছাউনি পাতে,
আরু সিবিলাকক উদ্ধার করে।
[৮] যিহোৱা যে মঙ্গলময়, তাক তোমালোকে আস্বাদন করি চোৱা;
তেওঁত আশ্রয় লওঁতা লোক ধন্য।
[৯] হে যিহোৱার পবিত্র লোকবিলাক, তেওঁলৈ ভয় রাখা;
কিয়নো তেওঁলৈ ভয় রাখোঁতাবিলাকর অভাব নাই।
[১০] ডেকা সিংহবোরে আহারর অভাৱত ভোকতে থাকে;
কিন্তু যিবিলাকে যিহোৱাক বিচারে, সিবিলাকর মঙ্গলর একো অভাব নাই।
[১১] হে বোপাহঁত, আহঁা, তোমালোকে মোর বাক্য শুনা,
ময় তোমালোকক যিহোৱার ভয় শিকাম।
[১২] জীৱনত সন্তোষ পাওঁতা মানুহ কোন?
মঙ্গল দেখিবলৈ দীর্ঘায়ু ভাল পাওঁতা কোন?
[১৩] তুমি দুষ্টতার পরা তোমার জিবাক রাখা,
প্রবঞ্চনা-বাক্যর পরা তোমার ওঁঠক রাখা।
[১৪] তুমি দুষ্টতার পরা আঁতরি সুকর্ম্ম করা;
তুমি শান্তি বিচারা, আরু তার পাছে পাছে খেদি যোৱা।
[১৫] ধার্ম্মিকবিলাকলৈ যিহোৱার দৃষ্টি আছে;
সিবিলাকর কাতরোক্তিলৈ তেওঁ কাণ পাতি আছে।
[১৬] দুরাচারীবোরর নাম পৃথিবীর পরা লুপ্ত করিবলৈ,
তেওঁর মুখ সিহঁতর বিরুদ্ধে আছে।
[১৭] ধার্ম্মিকবিলাকে কাতরোক্তি করিলে;
যিহোৱাই তাক শুনি সিবিলাকর সকলো সঙ্কটর পরা সিবিলাকক উদ্ধার করিলে।
[১৮] যিহোৱা ভগ্ন-চিত্তীয়াবিলাকর ওচর;
খেদিত মন হোৱাবিলাকক তেওঁ পরিত্রাণ করে।
[১৯] ধার্ম্মিক লোকর বিপদ অনেক,

কিন্তু যিহোৱাই সেই জনক সেই সকলোর পরা উদ্ধার করে।
[২০] তেওঁ সেই জনর সকলো অস্থি রক্ষা করে;
তার মাজর এডালিও ভগ্ন নহয়।
[২১] দুষ্টতাই দুষ্টক সংহার করে;
ধার্ম্মিক লোকক ঘিণাওঁতাবোরক দণ্ড দিয়া হব।
[২২] যিহোৱাই আপোন দাসবিলাকর প্রাণ মুক্ত করে;
তেওঁত আশ্রয় লওঁতাবিলাকর মাজর কাকো দণ্ড দিয়া নহব।

## ৩৫

দায়ূদর রচিত গীত।

[১] হে যিহোৱা, যিবোরে মোরে সৈতে বিবাদ করে,
তুমিও সিহঁতরে সৈতে বিবাদ করা;
যিবোরে মোর লগত যুদ্ধ করে,
তুমিও সিহঁতর লগত যুদ্ধ করা।
[২] তুমি ঢাল আরু ফর ধরা,
মোর উপকারর নিমিত্তে উঠা।
[৩] বড়শা বাহির করি আনি, মোর পাছে পাছে খেদি অহাবোরর পথ ভেঁটি ধরা;
ময়েই তোমার ত্রাণকর্ত্তা, এই কথা মোর প্রাণক কোৱা।
[৪] যিবোরে মোর প্রাণ বিচারে, সিহঁতে বঞ্চিত হৈ অপমান পাওক;
যিবোরে মোর অপকারলৈ সঙ্কল্প করে, সিহঁত বিমুখ হৈ বিবর্ণ হওক।
[৫] যিহোৱার দূতে সিহঁতক খেদাই দিওঁতে,
সিহঁত বতাহে উড়াই নিয়া তুঁহর নিচিনা হওক।
[৬] যিহোৱার দূতে সিহঁতর পাছে পাছে খেদি যাওঁতে,
সিহঁতর বাট অন্ধকারময় আরু পিচল হওক।
[৭] কিয়নো সিহঁতে অকারণে মোর নিমিত্তে গাঁতত গুপুতে জাল পাতিলে,
মোর প্রাণ-নাশর অর্থে অকারণে গাঁত খানিলে।
[৮] সি নজনাকৈ তালৈ বিনাশ আহোক;
সি লুকুৱাই পতা জালে তাক নিজকে ধরোক;
সি তাত পড়ি বিনষ্ট হওক।
[৯] তাতে মোর প্রাণ যিহোৱাত উল্লাসিত হব,
তেওঁর পরিত্রাণত আনন্দিত হব।
[১০] মোর আটাই অস্থিয়ে কব, হে যিহোৱা, তোমার তুল্য কোন?
তুমিয়েই দুঃখীয়াক তাতকৈ বলবান জনর পরা রক্ষা করোঁতা;
তুমি লুট করোঁতার পরা দুঃখী-দরিদ্রক উদ্ধার করোঁতা।
[১১] মিছা সাক্ষীবোর উঠিছে;
ময় নজনা কথাকো সিহঁতে মোক সোধে।
[১২] সিহঁতে উপকারর সলনি মোর অপকার করে;
তাতে মোর প্রাণ অনাথ হয়।
[১৩] কিন্তু ময় হলে, সিহঁত নরীয়া পড়া সময়ত চট কাপর পিন্ধিছিলোঁ,
লঘোনেরে প্রাণক দুঃখ দিছিলোঁ;
মোর প্রার্থনা মোর বুকলৈ উলটি আহিছিল।
[১৪] সিহঁত মোর ভাই-বন্ধু বুলি ময় সিহঁতলৈ আচরিছিলোঁ;
ময় মাতৃ-শোকর নিচিনাকৈ শোকাতুর হৈ অধোমুখ করি ফুরিছিলোঁ।
[১৫] তথাপি ময় উজুটি খাই পড়াত সিহঁত আনন্দিত হয়, আরু সকলোবে গোট খায়;
অধমবোরে ময় নজনাকৈ মোর অহিতে গোট খায়;
সিহঁতে ক্ষান্ত নোহোৱাকৈ মোক ছিরে।
[১৬] ভোজত বিদ্রূপ করোঁতা অধর্ম্মীবোরর নিচিনাকৈ,
সিহঁতে মোলৈ দাঁত করচে।
[১৭] হে প্রভো, তুমি কিমান কাললৈ চাই থাকিবা?
সিহঁতে বিনষ্ট করিব খোজার পরা মোর প্রাণ উদ্ধার করা;
সিংহবোরর পরা মোর একটী প্রাণক রক্ষা করা।
[১৮] ময় মহা-সমাজত তোমার ধন্যবাদ করিম,
অধিক লোকসমূহর মাজত তোমার প্রশংসা করিম।
[১৯] অন্যায়রূপে হোৱা মোর শত্রুবোরক মোর ওপরত আনন্দ করিবলৈ নিদিবা;
মোক অকারণে ঘিণাওঁতাবোরক চকু টিপিয়া-বলৈ নিদিবা।

[২০] কিয়নো সিহঁতে শান্তিজনক কথা নকয়,
কিন্তু দেশত সুখিলে থকাবিলাকর অহিতে ছলর কথা কল্পনা করে।
[২১] এনে কি, সিহঁতে মোর অহিতে আপোন মুখ বহলকৈ মেলি কয়,
আহা, আহা, আমি চকুরে দেখিছোঁ।
[২২] হে যিহোবা, তুমি তাক দেখিছা, নিজম দি নেথাকিবা;
হে প্রভো, মোর পরা আঁতর নহবা।
[২৩] জাগি উঠা, মোর বিচারর অর্থে সার পোৱা;
হে মোর ঈশ্বর, মোর প্রভো, মোর ন্যায় সোধর নিমিত্তে সার পোৱা।
[২৪] হে মোর ঈশ্বর যিহোবা, তোমার ধার্ম্মিকতা অনুসারে মোর বিচার করা;
সিহঁতক মোর ওপরত আনন্দ করিবলৈ নিদিবা।
[২৫] আহা, আমার বাঞ্ছা সিদ্ধ হল, এই বুলি সিহঁতে মনে মনে নকওক,
আরু আমি তাক গ্রাস করিলোঁ বুলি সিহঁতে নকওক।
[২৬] যিবোরে মোর সঙ্কটত আনন্দিত হয়, সিহঁত সকলোরেই লজ্জিত হৈ বিহ্বল হওক,
যিবোরে মোর বিরুদ্ধে অহঙ্কার করে, লাজ আরু অপমান সিহঁতর বস্ত্রস্বরূপ হওক।
[২৭] যিবিলাকে মোর ধার্ম্মিকতাত সন্তোষ পায়, সিবিলাকে আনন্দ-ধ্বনি করি উল্লাসিত হওক;
যি যিহোৱাই নিজ দাসর মঙ্গলত সন্তুষ্ট হয়,
তেওঁ মহিমান্বিত হওক বুলি সিবিলাকে সদায় কওক।
[২৮] তাতে মোর জিবাই তোমার ধর্ম্ম-গুণ প্রকাশ করিব,
ওরেদিন্‌টো তোমার প্রশংসা বর্ণাব।

## ৩৬ প্রধান বাদ্যকরর নিমিত্তে। যিহোৱার দাস দায়ুদর রচিত গীত।

[১] দুষ্টর হৃদয়র ভিতরত অধর্ম্ম-বাণী আছে,
তার চকুর আগত ঈশ্বর-ভয় নাই।
[২] কিয়নো, মোর অধর্ম্ম ওলাই ঘৃণিত নহব,
এই বুলি সি নিজর দৃষ্টিত নিজকে প্রশংসা করে।
[৩] তার মুখর বাক্য অধর্ম্ম আরু ছলযুক্ত;
সি সুবিবেচনা আরু সদাচরণ এরিলে।
[৪] সি আপোনার শয্যাত অধর্ম্ম কল্পনা করে;
সি কুপথত চলিবলৈ স্থির করে;
সি দুষ্টতাক ঘিণ নকরে।

[৫] হে যিহোৱা, তোমার দয়া স্বর্গলৈকে,
আরু মেঘলৈকে তোমার বিশ্বস্ততা।
[৬] তোমার ধার্ম্মিকতা ঈশ্বরর পর্ব্বতসমূহর নিচিনা;
তোমার শাসন-প্রণালীবোর অগাধ জলর নিচিনা।
হে যিহোৱা, তুমি মনুষ্য আরু পশুকো রক্ষা করোঁতা।
[৭] হে ঈশ্বর, তোমার দয়া কেনে বহুমূল্য!
মনুষ্য-সন্তানবিলাকে তোমার ডেউকার ছাঁত আশ্রয় লয়।
[৮] সিবিলাক তোমার গৃহর পুষ্টিকর দ্রব্যেরে তৃপ্ত হয়;
তুমি সিবিলাকক তোমার আনন্দ-নদীর জল পান করাওঁতা।
[৯] কিয়নো তোমার লগত জীবনর ভুমুক আছে;
তোমার দীপ্তিতে আমি দীপ্তি পাম।
[১০] যিবিলাকে তোমাক জানে, তুমি সিবিলাকক দয়া করি থাকা,
আরু সরল-চিত্তীয়াবিলাকলৈ আপোন ধার্ম্মিকতা চিরস্থায়ী করা।
[১১] অহঙ্কারীর ভরি মোর বিরুদ্ধে নাহোক;
অধর্ম্মীবোরর হাতে মোক স্থানান্তর নকরোক।
[১২] সৌৱা, কুকর্ম্মীবোর পতিত হল;
উঠিব নোৱরাকৈ সিহঁতক পেলোৱা হল।

## ৩৭ দায়ুদর রচিত গীত।

[১] তুমি দুরাচারীবোরর বিষয়ে বেজার নেপাবা;
কুকর্ম্মীহঁতলৈ অসূয়া নকরিবা।
[২] কিয়নো সিহঁত ঘাঁহর দরে অলপতে কটা যাব,
কুমলীয়া তৃণর নিচিনাকৈ জঁয় পড়িব।
[৩] যিহোৱাত ভারসা রাখা, আরু সুকর্ম্ম করা;
দেশত বাস করা, আরু বিশ্বস্ততারূপ পথারত চরা।
[৪] যিহোৱাত হর্ষ করা;

তাতে তেওঁ তোমার মনর বাঞ্ছা পূর করিব।
৫ তোমার পথ যিহোবাত সমর্পণ করা,
আরু তেওঁত ভারসা রাখা; তাতে তেৱেঁই কার্য্য সিদ্ধ করিব।
৬ তেওঁ তোমার ধার্ম্মিকতা দীপ্তির দরে প্রকাশ করিব,
আরু দুপরীয়ার নিচিনাকৈ তোমার ন্যায় বিচার প্রকাশ করিব।
৭ যিহোবার আগত শান্তভাৱে থাকি তেওঁলৈ অপেক্ষা করা;
যি মানুহ আপোন পথত কৃতকার্য্য হয়, তার বিষয়ে বেজার নেপাবা;
যেয়ে আপোন কুকল্পনা সিদ্ধ করে, তালৈ তুমি অসন্তুষ্ট নহবা।
৮ ক্রোধ এরা, কোপ ত্যাগ করা;
বেজার নকরিবা, কেৱল হানিহে হয়।
৯ কিয়নো দুষ্টবোর উচ্ছন্ন হব,
কিন্তু যিহোবালৈ অপেক্ষা করোঁতাবিলাক হলে, পৃথিবীর অধিকারী হব।
১০ কারণ অলপতে দুষ্ট লোক নাইকিয়া হব;
তুমি তার ঠাইত যত্নেরে বিচারিলেও তাক নেপাবা।
১১ কিন্তু নম্রবিলাক পৃথিবীর অধিকারী হব,
আরু প্রচুর শান্তিত হর্ষিত হব।
১২ দুষ্টই ধার্ম্মিক লোকর অহিতে কুমন্ত্রণা করে,
আরু তার অহিতে দাঁত করচে।
১৩ প্রভুৱে তাক হাঁহিছে;
কিয়নো তেওঁ দেখিছে, যে, তার দিন চাপি আহিছে।
১৪ দুঃখী-দরিদ্রক পেলাবলৈ আরু সরল পথত চলাবিলাকক বধিবলৈ,
দুষ্টবোরে আপোন আপোন তরোৱাল উলিয়াইছে,
আরু আপোন আপোন ধনু ভিরাইছে।
১৫ কিন্তু সিহঁতর তরোৱাল সিহঁতর নিজর নিজর অন্তরতে সোমাব,
আরু সিহঁতর ধনু ভঙ্গা হব।
১৬ অনেক দুর্জ্জনর ধন-রাশিতকৈয়ো,
ধার্ম্মিকর অলপ সম্পত্তি ভাল।
১৭ কিয়নো দুষ্টবোরর বাহু ভঙ্গা হব;
কিন্তু যিহোবাই ধার্ম্মিকবিলাকক ধরি রাখে।
১৮ যিহোবাই সিদ্ধবিলাকর সকলো দিন জানে,
আরু সিবিলাকর আধিপত্য সদাকাললৈকে থাকিব।
১৯ সিবিলাক সঙ্কটর কালত লাজ পোৱা নহব,
আরু আকালর সময়ত সিবিলাক তৃপ্ত হব।
২০ দুষ্টবোর বিনষ্ট হব,
আরু যিহোবার শত্রুবোর পথারর তৃণর শোভার নিচিনা হব;
সিহঁত ঢুকাই যাব, সিহঁত ধূঁৱা হৈ ঢুকাই যাব।
২১ দুষ্টই ধারে লয়, কিন্তু আকৌ তাক নুশুজে;
কিন্তু ধার্ম্মিক লোক দয়াৱান আরু দানশীল।
২২ কিয়নো তেওঁর আশীর্ব্বাদ পোৱাবিলাক পৃথিবীর অধিকারী হব,
কিন্তু তেওঁর শাপগ্রস্তবোর উচ্ছন্ন হব।
২৩ যিহোবার দ্বারায় মানুহর গতি স্থির করা হয়,
আরু তেওঁ তার পথত সন্তোষ পায়।
২৪ যদিও সি পড়ে, তথাপি নিচেইকৈ পতিত নহব;
কিয়নো যিহোবাই তার হাতত ধরিছে।
২৫ ময় লরা আছিলোঁ, এতিয়া বুড়া হলোঁ;
তথাপি ধার্ম্মিকক পরিত্যক্ত হোৱা,
নাইবা তার সন্তানক আহার মগা ময় দেখা নাই।
২৬ সি সদায় দয়া দেখায়, আরু ধারে দিয়ে;
তার বংশই আশীর্ব্বাদ পায়।
২৭ তুমি দুষ্টতার পরা আঁতরি সুকর্ম্ম করা;
তাতে তুমি সদাকাললৈকে বাস করিবা।
২৮ কিয়নো যিহোবাই ন্যায় বিচার ভাল পায়,
আরু আপোন সাধুবিলাকক পরিত্যাগ নকরে;
সিবিলাকক অনন্ত কাললৈকে রখা হয়;
কিন্তু দুষ্টবোরর বংশ উচ্ছন্ন হব।
২৯ ধার্ম্মিকবিলাক পৃথিবীর অধিকারী হব,
আরু তাত সর্ব্বতিকাললৈকে বাস করিব।
৩০ ধার্ম্মিকর মুখে জ্ঞানর কথা প্রকাশ করে,
আরু তার জিবাই ন্যায় কথা কয়।
৩১ তার ঈশ্বরর ব্যবস্থা তার হৃদয়ত আছে;
তার এটী খোজো নিপিচলিব।
৩২ দুষ্টই ধার্ম্মিকলৈ কুদৃষ্টি করে,
আরু তাক বধিবলৈ বিচারে।
৩৩ যিহোবাই তাক তার হাতলৈ এরি নিদিব,
আরু সোধ-বিচারর কালত তাক দোষী নকরিব।

[৩৪] যিহোবার অপেক্ষাত থাকা, তেওঁর পথত চলি থাকা ;
তাতে তেওঁ পৃথিবীর অধিকারী হবলৈ তোমাক উন্নত করিব ;
তুমি দুষ্টবোরক উচ্ছন্ন হোৱা দেখিবলৈ পাবা।
[৩৫] ময় দুষ্টক মহাবলবান হোৱা,
আরু উৎপত্তির ঠাইত জকমকীয়া হোৱা গছর নিচিনাকৈ বাঢ়ি যোৱা দেখিলোঁ।
[৩৬] কিন্তু এজন তার ওচরেদি গলত, দেখা, সি নাইকিয়া হল ;
এনে কি, ময় তাক বিচারিলোঁ, কিন্তু তাক পোৱা নগল।
[৩৭] সিদ্ধ লোকলৈ লক্ষ্য করা, সরল লোকক চোৱা ;
কিয়নো সেই মানুহর শেষফল শান্তি।
[৩৮] কিন্তু দুরাচারীবোর হলে একেবারে উচ্ছন্ন হব ;
দুষ্টবোরর শেষফল সর্ব্বনাশ।
[৩৯] কিন্তু ধার্ম্মিকবিলাকর পরিত্রাণ যিহোবার পরাই ;
সঙ্কটর কালত তেওঁ সিবিলাকর দৃঢ় আশ্রয়।
[৪০] যিহোবাই সিবিলাকক উপকার করে, সিবিলাকক রক্ষা করে ;
তেওঁ সিবিলাকক দুষ্টবোরর পরা উদ্ধার করি পরিত্রাণ দিয়ে,
কিয়নো সিবিলাকে তেওঁত আশ্রয় লয়।

## ৩৮ দায়ুদর রচিত স্মরণার্থক গীত।

[১] হে যিহোৱা, তোমার ক্রোধত মোক ধমকি নিদিবা ;
তোমার প্রচণ্ড কোপত মোক শাস্তি নিদিবা।
[২] কিয়নো তোমার কাঁড়বোর মোত লাগি আছে,
আরু তোমার হাতে মোক বড়কৈ হেঁচি ধরিছে।
[৩] তোমার কোপর কারণে মোর শরীরর কতো সুস্থতা নাই ;
মোর পাপর কারণে মোর অস্থিবোরত একো শান্তি নাই।
[৪] কিয়নো মোর অনেক প্রকার অপরাধ মোর মূরর ওপরলৈকে উঠিল ;
গধুর বোজার নিচিনা সেইবোর মোর পক্ষে অতি ভারী।
[৫] মোর অজ্ঞানতার কারণে
মোর ঘাবোর গেলি দুর্গন্ধ হৈছে।
[৬] ময় দুঃখ পাই অতি কুঁজা হৈছোঁ,
ওরেদিন্‌টো শোকাতুর হৈ ফুরিছোঁ।
[৭] কিয়নো মোর কঁকালত পোরণি ধরিছে,
আরু মোর শরীরর কতো সুস্থতা নাই।
[৮] ময় নিচেইকৈ দুর্ব্বল আরু ভগ্ন হৈছোঁ ;
ময় মনর ব্যাকুলতাত কেঁকাইছোঁ।
[৯] হে প্রভো, মোর সকলো বাঞ্ছা তোমার সাক্ষাতে আছে,
আরু মোর হুমুনিয়াহ তোমার আগত গুপুতে নথাকে।
[১০] মোর হৃদয় ঢপ্‌ঢপাইছে, মোর বল নাইকিয়া হল ;
মোর চকুর দীপ্তিয়েও মোক এরিলে।
[১১] মোর ইষ্ট লোক আরু বন্ধুবিলাক মোর আপদর পরা দূরৈত থিয় হয়,
আরু মোর জ্ঞাতি-কুটুম্ববিলাক আঁতরত থাকে।
[১২] মোর প্রাণ বিচারোঁতাবিলাকে ফান্দ পাতে ;
মোর অনিষ্টলৈ চেষ্টা করোঁতাবিলাকে হিংসার কথা কয়,
আরু ওরেদিন্‌টো ছল করিবলৈ চিন্তা করে।
[১৩] কিন্তু ময় কলা মানুহর নিচিনা নুশুনাকৈ থাকোঁ,
আরু ময় মুখ মেলিব নোৱরা বোবা মানুহর নিচিনা হওঁ।
[১৪] এনে কি, যি মানুহর কাণে নুশুনে,
যার মুখ নিরুত্তর, ময় এনে মানুহর নিচিনা।
[১৫] কিয়নো, হে যিহোৱা, ময় তোমালৈহে অপেক্ষা করোঁ ;
হে মোর প্রভু ঈশ্বর, তুমিয়েই উত্তর দিবা।
[১৬] কিয়নো ময় কলোঁ, সেয়ে নহলে সিহঁতে মোর ওপরত আনন্দ করিব,
মোর ভরি পিচলিলে সিহঁতে মোর অহিতে গর্ব্ব করিব।
[১৭] কারণ ময় পড়িব লগীয়া হৈছোঁ,
আরু মোর ক্লেশ সদায় মোর আগত থাকে।
[১৮] কিয়নো ময় আপোন অপরাধ স্বীকার করিছোঁ,
মোর পাপর নিমিত্তে দুঃখ পাইছোঁ ;

[19] কিন্তু মোর শক্রবোর সচেতন আরু বলবন্ত হৈছে ;
মোক অকারণে ঘিণাওঁতাবোর বৃদ্ধি পাইছে।
[20] যিবোরে মোর উপকারর সলনি অপকার করে,
সিহঁত মোর বিরুদ্ধী, কারণ মই সৎকর্ম্ম করোঁতা।
[21] হে যিহোৱা, মোক ত্যাগ নকরিবা।
হে মোর ঈশ্বর, মোর পরা দূরৈত নেথাকিবা।
[22] হে মোর পরিত্রাণ দিওঁতা প্রভো,
মোর উপকারলৈ খর করা।

## ৩৯

প্রধান বাদ্যকরর নিমিত্তে। যিদূথূনর অর্থে। দায়ূদর রচিত গীত।

---

[1] মই কৈছিলোঁ, মোর জিবারে মই যেন পাপ নকরোঁ,
এই নিমিত্তে মোর পথত মই সাবধানে চলিম ;
যেতিয়ালৈকে মোর আগত দুষ্ট থাকে,
তেতিয়ালৈকে মোর মুখত সোপা দি রাখিম।
[2] মই বোবা হৈ মনে মনে আছিলোঁ,
সজ কথার পরাও নিমমর দিছিলোঁ ;
তাতে মোর বেজারে উথাল খালে।
[3] মোর অন্তরত মোর মন গরম হল ;
মই ভাবি ভাবি থাকোঁতে জুই লাগিল ;
তেতিয়া মই জিবারে কথা কলোঁ ;
[4] হে যিহোৱা, মোর জীৱনর শেষগতি মোক জনোৱা,
আরু মোর আয়ুসর পরিমাণ কি, তাক মোক জানিবলৈ দিয়া ;
মই কেনে অলপ-দিনীয়া, তাক মোক জ্ঞাত করা।
[5] দেখা, তুমি মোর দিন্‌বোর এবেগেতীয়া করিলা ;
তোমার সাক্ষাতে মোর জীৱনর কাল একো নোহোৱার নিচিনা ;
অৱশ্যে প্রত্যেক মানুহর উত্তম অৱস্থা হলেও,
সি নিতান্ত অসার। [চেলা।
[6] বাস্তৱিক প্রতিজন মানুহে ছাঁস্বরূপে অহা-যোৱা করে ;
সিহঁতে কেৱল অনর্থকরূপে হুরামুরা করে ;
সি ধন দ'মাই থয়, কিন্তু কোনে তাক লৈ যাব,
সি তাক নেজানে।
[7] হে প্রভো, তেনে হলে মই কিহলৈ অপেক্ষা করিম ?
মোর আশা তোমাতহে আছে।
[8] মোর সকলো অপরাধর পরা মোক উদ্ধার করা ;
মোক মূর্খর অপমানর বিষয় নকরিবা।
[9] মই বোবা হৈ আছিলোঁ, মুখ নেমেলিলোঁ ;
কিয়নো তুমিয়েই তাক করিলা।
[10] তুমি পঠোৱা আপদ মোর ওপরর পরা দূর করা ;
তোমার হাতর কোবত মই ক্ষীণ হৈ গৈছোঁ।
[11] তুমি যেতিয়া অপরাধর নিমিত্তে মানুহক ধমকি দি শাসন করা,
তেতিয়া পোকে নষ্ট করার দরে, তুমি তার সৌন্দর্য্য নষ্ট করা।
বাস্তৱিক সকলো মানুহ অসার মাথোন। [চেলা।
[12] হে যিহোৱা, মোর প্রার্থনা শুনা, আরু মোর কাতরোক্তিলৈ কাণ পাতা ;
মোর চকু-লো দেখি নিজমে নেথাকিবা ;
কিয়নো মই তোমার ওচরত বিদেশী,
মোর সকলো ওপর-পিতৃবিলাকর নিচিনা প্রবাসী।
[13] মই ইয়ার পরা লোকান্তর হোৱার আগেয়ে যেন প্রফুল্লিত হম,
এই নিমিত্তে মোক এরি দিয়া।

## ৪০

প্রধান বাদ্যকরর নিমিত্তে। দায়ূদর রচিত গীত।

---

[1] মই যিহোৱালৈ ধৈর্য্যেরে অপেক্ষা করিছিলোঁ ;
তাতে তেওঁ মোলৈ কাণ পাতি মোর কাতরোক্তি শুনিলে।
[2] তেওঁ মোক বিনাশর গাঁত আরু হোরণীর পরা তুলিলে ;
তেওঁ শিলর ওপরত মোর ভরি রাখিলে, মোর গতি স্থির করিলে।
[3] তেওঁ মোর মুখত এটা নতুন গীত দিলে,
আমার ঈশ্বরর উদ্দেশে স্তুতি দিলে ;
অনেক লোকে তাকে দেখি ভয় পাই যিহোৱাত বিশ্বাস করিব।

[4] যি জনে যিহোৱাক আপোনার বিশ্বাস-ভূমি করে,
আৰু অহঙ্কারীলৈ, নাইবা সুপথ এরি মিছা পথত ভ্রমোতাবোরলৈ মুখ নকরে, সেই জন ধন্য।
[5] হে মোর ঈশ্বর যিহোৱা, তুমি করা আশ্চরিত কার্য্য অনেক,
আৰু আমার পক্ষে হোৱা তোমার সঙ্কল্পও অনেক ;
তোমার লগত কারো তুলনা দিব নোৱারি ;
ময় সেইবোর বর্ণনা করি প্রকাশ করিব খুজিলে, সেইবোর অলেখ।
[6] তুমি বলিদান আৰু নৈবেদ্যত সন্তোষ নোপোৱা;
তুমি মোক শ্রবণ-শক্তি দিলা ;
তুমি হোম-বলি আৰু পাপার্থক বলি খোজা নাই।
[7] তেতিয়া ময় কলোঁ, দেখা, ময় আহিলোঁ,
পুস্তকখনিত মোক আদেশ দিয়া হৈছে।
[8] হে মোর ঈশ্বর, তোমার ইচ্ছা পূর করিবলৈহে ময় ভাল পাওঁ ;
এনে কি, তোমার ব্যবস্থা মোর অন্তরত আছে।
[9] ময় মহা-সমাজত ধার্ম্মিকতাবিষয়ক শুভবার্ত্তা প্রচার করিলোঁ ;
দেখা, ময় মোর ওঁঠ যে বন্ধ নকরিলোঁ,
হে যিহোৱা, তাক তুমিয়েই জানিছা।
[10] ময় মোর হৃদয়ত তোমার ধার্ম্মিকতা লুকুউৱা নাই ;
তোমার বিশ্বস্ততা আৰু পরিত্রাণ ময় প্রচার করিলোঁ ;
তোমার দয়া আৰু সত্যতা ময় মহা-সমাজর পরা গুপুতে রখা নাই।
[11] হে যিহোৱা, তুমি মোর পরা আপোন কৃপা আটক নকরিবা ;
তোমার দয়া আৰু সত্যতাই মোক সদায় রক্ষা করোক।
[12] কিয়নো অসংখ্য আপদে মোক এনেকৈ বেরি ধরিছে,
আৰু মোর অপরাধবোরে মোক ইমান্‌কৈ আক্রমণ করিছে, যে, ময় দৃষ্টিহীন হলোঁ ;
মোর মূরর চুলিত্‌কৈয়ো সেইবোর অধিক ;
মোর তত নাইকিয়া হৈছে।
[13] হে যিহোৱা, মোক উদ্ধার করিবলৈ প্রসন্ন হোৱা ;
হে যিহোৱা, মোক সহায় করিবলৈ খর করা।
[14] যিবোরে মোর প্রাণ নষ্ট করিবলৈ বিচারে,
সিহঁত একেবারে লাজ পাই বিবর্ণ হওক,
যিবোর লোক মোর বিপদত সন্তুষ্ট হয়,
সিহঁতে বিমুখ হৈ অপমান পাওক।
[15] যিবোরে মোক আহা আহা বোলে,
সিহঁত লাজতে অবাক হওক।
[16] তোমাক বিচারোঁতাবিলাক তোমাত আনন্দিত আৰু উল্লাসিত হওক ;
তোমার পরিত্রাণক প্রীতি করোঁতাবিলাকে যিহোৱা মহিমান্বিত হওক বুলি সদায় কওক।
[17] কিন্তু ময় হলে দুঃখী আৰু দরিদ্র,
তথাপি প্রভুৱে মোলৈ চিন্তা করে ;
তুমি মোর সহায়, আৰু মোর ত্রাণকর্ত্তা ;
হে মোর ঈশ্বর, পলম নকরিবা।

## ৪১

প্রধান বাদ্যকরর নিমিত্তে। দায়ূদর রচিত গীত।

---

[1] যি জনে দরিদ্রলৈ চিন্তা করে, সেই জন ধন্য ;
যিহোৱাই তাক সঙ্কটর কালত উদ্ধার করিব।
[2] যিহোৱাই তাক রক্ষা করি জীয়াই রাখিব ;
সি দেশত আশীর্ব্বাদ পাব ; তুমি তাক শত্রুবোরর ইচ্ছাত সমর্পণ নকরিবা।
[3] সি নরীয়া হৈ শয্যাত পড়ি থাকিলে যিহোৱাই তাক সহায় করিব ;
সি নরীয়া পড়াত, তুমি তাক সম্পূর্ণকৈ সুস্থ করিলা।
[4] ময় কৈছোঁ, "হে যিহোৱা, মোক কৃপা করা,
মোর প্রাণ সুস্থ করা, কিয়নো ময় তোমার বিরুদ্ধে পাপ করিলোঁ।"
[5] "সি কেতিয়া মরিব? কেতিয়া তার নাম লুপ্ত হব?"
এই বুলি কৈ মোর শত্রুবোরে মোর বিরুদ্ধে হিংসার কথা কয় ;
[6] আৰু যদি সি মোক চাবলৈ আহে, তেন্তে সি অসার কথা কয়,
তার হৃদয়ত অধর্ম্ম সাঁচি থয় ;

সি বাহিরলৈ গৈ তাক কয়।
[7] মোক ঘিণোৱা আটাইবোরে একে লগ হৈ মোর অহিতে ফুচ্ফুচায় ;
সিহঁতে মোর অহিতে অপকার চিন্তে।
[8] সিহঁতে কয়, "তাক বেয়া রোগে ধরিছে ;
সি পড়ি আছে, পুনরায় নুঠিব।"
[9] যাত ময় বিশ্বাস করিছিলোঁ, যি জনে মোর লগত আহার করিছিল,
মোর প্রণয়র সেই বন্ধুৱেও মোর অহিতে ভরি দাঙিলে।
[10] কিন্তু হে যিহোৱা, ময় সিহঁতক প্রতিফল দিবর নিমিত্তে
তুমি মোক কৃপা করা, আরু মোক তোলা।
[11] মোর শত্রুৱে মোর ওপরত জয়ধ্বনি করিবলৈ নোপোৱার দ্বারায়
ময় জানিছোঁ, যে, তুমি মোত সন্তোষ পাইছা।
[12] তুমি মোক মোর সিদ্ধতার কারণে ধরি রাখিছা,
আরু তুমি মোক অনন্ত কালর নিমিত্তে আপোনার আগত উপস্থিত করিছা।

---

[13] অনাদি কালর পরা অনন্ত যুগলৈকে,
ইস্রায়েলর ঈশ্বর যিহোৱা ধন্য হওক।
আমেন, আরু আমেন।

## দ্বিতীয় খণ্ড।

—:*:—

**৪২** প্রধান বাদ্যকরর নিমিত্তে। মচকীল নামে কোরহর সন্তানবিলাকর রচিত গীত।

---

[1] হরিণীয়ে যেনেকৈ জুরীলৈ অতি হাবিয়াহ করে,
তেনেকৈ হে ঈশ্বর, মোর প্রাণে তোমালৈ হাবিয়াহ করিছে।
[2] জীৱন্ত ঈশ্বরলৈ মোর প্রাণ তৃষ্ণাতুর হৈছে ;
ময় কেতিয়া আহি ঈশ্বরক দর্শন পাম ?
[3] "তোমার ঈশ্বর ক'ত ?," সিহঁতে মোক ওরে-দিন্টো এই কথা কওঁতে,
দিনে-রাতিয়ে মোর চকু-লোৱেই মোর আহার হল।
[4] ময় লোকসমূহে সৈতে কেনেকৈ গৈছিলোঁ,
পর্ব্ব পালন করোঁতা লোকসমূহক
আনন্দ আরু প্রশংসা-ধ্বনিরে ঈশ্বরর গৃহলৈ ময় কেনেকৈ লৈ গৈছিলোঁ,
সেই সকলো কথা সোঁৱরণ করি মোর অন্তরত মোর প্রাণ দুঃখেরে দ্রৱীভূত হৈছে।
[5] হে মোর মন, তুমি কিয় অধোমুখ হৈছা ?
মোর অন্তরত কিয় ব্যাকুল হৈছা ?
ঈশ্বরত ভারসা করা ;
কিয়নো তেওঁর শ্রীমুখর সহায়র কারণে ময় পুনরায় তেওঁক স্তুতি করিবলৈ পাম।
[6] হে মোর ঈশ্বর, মোর প্রাণ মোর অন্তরত অধোমুখ হৈছে ;
এই নিমিত্তে ময় তোমাক যর্দ্দনর দেশর পরা সোঁৱরণ করোঁ ;
হর্মোণ গিরি-শ্রেণীর পরা, আরু মিচিয়র পর্ব্বতর পরা সোঁৱরণ করোঁ।
[7] তোমার জল-প্রপাতর শব্দেরে সৈতে জলসমূহে জলসমূহক মাতিছে ;
তোমার সকলো ঢৌ আরু তরঙ্গবোর মোর ওপরেদি গৈছে।
[8] তথাপি যিহোৱাই দিনত আপোনার দয়ার আদেশ করিব,
আরু রাতি তেওঁর গীত মোর সঙ্গী হব ;
মোর জীৱনদাতা ঈশ্বরলৈ মোর প্রার্থনা হব।
[9] ময় আপোন শিলা ঈশ্বরক কম, তুমি মোক কিয় পাহরিলা ?
ময় কিয় শত্রুর উপদ্রৱর কারণে শোকাতুর হৈ ফুরিছোঁ ?
[10] "তোমার ঈশ্বর ক'ত ?" মোর শত্রুবোরে নিতৌ এই কথা কৈ
মোক এনেকৈ ভর্ৎসনা করে, যেন মোর অস্থিবোরত তরোৱালহে লাগিল।
[11] হে মোর মন, তুমি কিয় অধোমুখ হৈছা ?
মোর অন্তরত কিয় ব্যাকুল হৈছা ?

ঈশ্বরত ভারসা করা ; কিয়নো ময পুনরায়
তেওঁর স্তুতি করিবলৈ পাম ;
তেওঁ মোর সহায়, আরু মোর ঈশ্বর।

৪৩ হে ঈশ্বর, মোর সোধ করা, আরু অধর্ম্মী জাতির বিরুদ্ধে মোর অভিযোগর প্রতিবাদ করা ;
ছল আরু অন্যায় করোঁতা মানুহর পরা মোক রক্ষা করা।
[২] কিয়নো তুমিয়েই মোর দুর্গস্বরূপ ঈশ্বর ; মোক কিয় ত্যাগ করিলা ?
ময কিয় শত্রুর উপদ্রবর কারণে শোকাতুর হৈ ফুরিছোঁ ?
[৩] তোমার দীপ্তি আরু সত্যতাক পঠাই দিয়া ;
সেইবোরেই মোর পথদর্শক হওক ;
সেইবোরেই তোমার পবিত্র পর্ব্বতলৈ আরু তোমার আবাসলৈ মোক লৈ যাওক।
[৪] তেতিয়া ময ঈশ্বরর যজ্ঞবেদির ওচরলৈ,
মোক পরমানন্দ দিওঁতা ঈশ্বরর আগলৈ যাম ;
হে ঈশ্বর, মোর ঈশ্বর, ময বীণারে তোমার ধন্যবাদ করিম।
[৫] হে মোর মন, তুমি কিয় অধোমুখ হৈছা ?
মোর অন্তরত কিয় ব্যাকুল হৈছা ?
ঈশ্বরত ভারসা করা ; কিয়নো ময পুনরায় তেওঁর স্তুতি করিবলৈ পাম ;
তেওঁ মোর সহায়, আরু মোর ঈশ্বর।

৪৪ প্রধান বাদ্যকরর নিমিত্তে। মচ্‌কীল নামে কোরহর সন্তানবিলাকর রচিত গীত।

---

[১] হে ঈশ্বর, পূর্ব্বকালত আমার ওপর-পিতৃবিলাকর দিনত তুমি যি কার্য্য করিছিলা,
তাক আমি আপোন কাণেরে শুনিলোঁ, সিবিলাকে আমাক তাক কলে।
[২] তুমি আপোন হাতেরেই জাতিবোরক খেদাই, সিবিলাকক রোপণ করিছিলা ;
তুমি নিজ হাতেরেই লোকসমূহক বিনাশি সিবিলাকক বিস্তারিত করিছিলা।
[৩] কিয়নো সিবিলাকে নিজ তরোবালর দ্বারায় দেশ অধিকার করা নাছিল,
আরু সিবিলাকর নিজ বাহুৱে সিবিলাকক পরিত্রাণ করা নাছিল ;
কিন্তু তোমার সোঁ হাত, তোমার বাহু, আরু তোমার মুখর দীপ্তিয়েহে তাক করিছিল ;
কিয়নো সিবিলাকলৈ তোমার অনুগ্রহ আছিল।
[৪] হে ঈশ্বর, তুমিয়েই মোর রজা ;
যাকোবর নিমিত্তে পরিত্রাণর আজ্ঞা করা।
[৫] তোমার দ্বারায়হে আমি আমার শত্রুবোরক ঠেলি নিম ;
তোমার নামর গুণেরেহে আমার বিপক্ষে উঠাবোরক আমি ভরিরে গচকিম।
[৬] কিয়নো ময নিজর ধনুত ভারসা নকরোঁ,
আরু মোর নিজর তরোবালে মোক নিস্তার করিব নোৱারে।
[৭] কিন্তু তুমি আমার শত্রুবোরর পরা আমাক ত্রাণ করোঁতা,
আরু আমাক ঘিণাওঁতাবোরক লাজত পেলাওঁতা।
[৮] আমি গোটেই দিন ঈশ্বরত্‌হে গৌরব করিলোঁ,
আরু সদাকাললৈকে তোমার নামর স্তুতি করি থাকিম। [চেলা।

[৯] কিন্তু তুমি এতিয়া আমাক ত্যাগ করিলা,
আমাক অপমানিত করিলা ;
আরু তুমি আমার সৈন্যসমূহর লগত ওলাই নোযোৱা।
[১০] শত্রুর পরা তুমি আমাক পাছ হোঁহোকাইছা ;
আমাক ঘিণাওঁতাবোরে ইচ্ছামতে আমাক লুট করিছে।
[১১] তুমি আমাক খাব লগীয়া মের যেন করিছা,
জাতিবোরর মাজত আমাক গোট গোট করিছা।
[১২] তুমি আপোন প্রজাবিলাকক বিনামূল্যে বেচিছা,
আরু সিবিলাকর মূল্যেরে আপোন ধন বৃদ্ধি করা নাই।
[১৩] তুমি আমার ওচর-চুবুরীয়াবিলাকর আগত আমাক নিন্দার বিষয় করিছা,
আমার চারিওফালে থকা লোকবিলাকর আগত আমাক বিদ্রূপর আরু তুচ্ছজ্ঞানর পাত্র করিছা।

[১৪] তুমি আমাক জাতিবোরর মাজত দৃষ্টান্ত করিছা;
লোকসমূহর মাজত আমাক মূর জোকরার হেতু করিছা।
[১৫] নিন্দা আৰু তুচ্ছজ্ঞান করোঁতার মাতর কারণে,
শত্রু আৰু প্রতিকার-সাধকর নিমিত্তে,
[১৬] ওরেদিন্টো মোর অপমান মোর আগতে আছে,
আৰু মোর মুখর লাজে মোক ঢাকিছে।
[১৭] আমালৈ এই সকলো ঘটিল; তথাপি আমি তোমাক পাহরা নাই,
আৰু তোমার নিয়মটীর বিষয়ে বিশ্বাস-ঘাতকতা করা নাই।
[১৮] তুমি যে আমাক নাগবোরর ঠাইত গুড়ি করিলা,
আৰু মৃত্যুচ্ছায়ারে আমাক ঢাকিলা,
[১৯] আমার মন তো বিমুখ হোৱা নাই,
আৰু আমার ভরি তো তোমার পথর পরা আঁতরি যোৱা নাই।
[২০] আমি যদি আমার ঈশ্বরর নাম পাহরিলোঁ,
বা ইতর দেৱতালৈ হাত মেলিলোঁ,
[২১] তেন্তে ঈশ্বরে জানো তার অনুসন্ধান করি বুজ নেপাব?
কিয়নো তেওঁ মনর গোপনীয় কথা জানে।
[২২] স্বরূপেই তোমার কারণেই আমি গোটেই দিন হত হৈছোঁ;
আমি বধ করিব লগীয়া মেরর নিচিনা গণিত হৈছোঁ।
[২৩] হে প্রভো, সার পোৱা, কিয় টোপনিয়াইছা?
জাগি উঠা, সদাকাললৈকে আমাক ত্যাগ ন-করিবা।
[২৪] তুমি কিয় আপোন মুখ ঢাকিছা?
আমার ক্লেশ আৰু উপদ্রব কিয় পাহরিছা?
[২৫] কিয়নো আমার প্রাণ ধূলিলৈ নত হৈছে,
আমার পেট মাটিত লাগিছে।
[২৬] আমার উপকারলৈ উঠা,
আৰু নিজ দয়ার কারণে আমাক মুক্ত করা।

## ৪৫

প্রধান বাদ্যকরর নিমিত্তে। চোচন্নীম নামে সুরত গাব লগীয়া। মচ্‌কীল নামে কোরহর সন্তানবিলাকর রচিত গীত। প্রেম-সঙ্গীত।

---

[১] মোর মন শুভ কথারে উপচি পড়িছে;
ময় রজার বিষয়ে রচনা করা কথা বর্ণাইছোঁ;
মোর জিবা বেগী লিখকর কলমর নিচিনা।
[২] আপুনি মনুষ্য-সন্তানবিলাকতকৈ পরমসুন্দর,
আপোনার ওঁঠ অনুগ্রহেরে পরিপূর্ণ;
এই হেতুকে ঈশ্বরে সদাকাললৈকে আপোনাক আশীর্ব্বাদ করিলে।
[৩] হে বীর, আপোনার কঁকালত আপোন তরোৱাল বান্ধোক;
প্রতাপ আৰু মহিমারে আপোনাকে বিভূষিত করোক।
[৪] সত্যতা, নম্রতা, আৰু ধার্ম্মিকতার কারণে,
মহিমাযুক্ত হৈ রথত উঠি কার্য্য সিদ্ধ করোক;
তাতে আপোনার সোঁ হাতে আপোনাক ভয়ানক কার্য্য শিকাব।
[৫] আপোনার কাঁড়বোর চোকা;
জাতিবোর আপোনার তলত পতিত হয়;
রজার শত্রুবোরর অন্তরত সেই কাঁড়বোর লাগিছে।
[৬] আপোনার সিংহাসন ঈশ্বরর সিংহাসন, সেয়ে অনন্ত কাললৈকে থাকে;
আপোনার রাজদণ্ড ন্যায় দণ্ড।
[৭] আপুনি ধার্ম্মিকতাক প্রেম করি দুষ্টতাক ঘিণ করে;
এই হেতুকে আপোনার বন্ধুবিলাকতকৈ অধিক আনন্দরূপ তেলেরে,
ঈশ্বরে, আপোনার ঈশ্বরে আপোনাক অভিষেক করিলে।
[৮] আপোনার সকলো বস্ত্রত গন্ধরস, অগুরু, আৰু দালচিনির গন্ধ ব্যাপিছে;
হাতীদাঁতেরে নির্ম্মিত অট্টালিকার পরা তারযুক্ত বাদ্যযন্ত্রই আপোনাক আনন্দিত করিছে।
[৯] আপোনার মান্যৱতী স্ত্রীবিলাকর মাজত রাজ-কন্যাবিলাক আছে;
আপোনার সোঁহাতে ওফীরর সোণারে বিভূষিতা কুঁৱরী থিয় হৈ আছে।
[১০] হে কন্যা, আপুনি কাণ পাতি শুনি বিবেচনা করোক;
আপোন জাতি আৰু পিতৃ-ঘর পাহরোক।
[১১] তাতে রজাই আপোনার সৌন্দর্য্য বাঞ্ছা করিব;
কিয়নো তেওঁ আপোনার প্রভু; আপুনি তেওঁর আগত প্রণিপাত করোক।

[12] তুর-জিয়ারীয়ে উপহার লৈ উপস্থিত হব ;
লোকবিলাকর মাজর ধনীবিলাকেও আপোনার
অনুগ্রহ প্রার্থনা করিব।
[13] অন্তঃপুরত রাজকন্যা সকলো ভাবে গৌরবান্বিতা ;
তেওঁর বস্ত্র সোণর গুণারে নির্ম্মিত।
[14] তেওঁক কার্চেপি বন করা বস্ত্ৰেরে বিভূষিত
করি রজার আগলৈ অনা হব ;
তেওঁর অনুচরী তেওঁর লগরীয়া কন্যাবিলাককো
আপোনার ওচরলৈ অনা হব।
[15] আনন্দ আরু উল্লাসেরে সিবিলাকক অনা
হব ;
সিবিলাক রাজপুরীত সোমাব।
[16] আপোনার পিতৃবিলাকর সলনি আপোনার
সন্তান হব ;
আপুনি সিবিলাকক গোটেই পৃথিবীত
অধিপতিপদত নিযুক্ত করিব।
[17] ময় আপোনার নাম আটাই পুরুষানুক্রমে
সোঁবরণ করাম ;
এই হেতুকে জাতিবিলাকে অনন্ত কাললৈকে
আপোনার ধন্যবাদ করিব।

## ৪৬

প্রধান বাদ্যকরর নিমিত্তে। কোরহর সন্তান-
বিলাকর রচিত গীত। অলামোৎ
সুরত গাব লগীয়া। সঙ্গীত।

---

[1] ঈশ্বর আমার আশ্রয় আরু বল,
সঙ্কটর কালত তেওঁক বিচরামাত্রে পাব পরা
ঈশ্বর।
[2] এই হেতুকে, যদিও পৃথিবীর পরিবর্ত্তন হয়,
পর্ব্বতবোর জোকার খাই সাগরর গর্ত্তত পড়ে,
[3] তার জলসমূহে তর্জ্জন-গর্জ্জন করি আস্ফালিত
হয়,
আরু যদিও তার ওফন্দনিত পর্ব্বতবোর কঁপে,
তথাপি আমি ভয় নকরিম। [চেলা।

[4] এখন নদী আছে ; তার জলসমূহে ঈশ্বরর
নগরক,
আরু সর্ব্বোপরি জনার আবাসর পবিত্রস্থানক
আনন্দিত করে।
[5] ঈশ্বর তার মাজত থাকে, সেয়ে লরচর নহব ;
রাতি পুরালেই ঈশ্বরে তাক সহায় করিব।
[6] জাতিবোর ক্রুদ্ধ হৈ উঠিল, আরু রাজ্যবোর
লরচর হল ;
তেওঁ আপোন ধ্বনি শুনালে, পৃথিবী ভয়ত
পমি গল।
[7] বাহিনীবিলাকর যিহোবা আমার সঙ্গী ;
যাকোবর ঈশ্বর আমার উচ্চ দুর্গ। [চেলা।

[8] যি জনাই পৃথিবীত ধ্বংস করে,
[9] পৃথিবীর অন্তলৈকে যুদ্ধর শেষ করে,
ধনু ভাঙ্গে, বড়শা ডোখর ডোখর করে,
রথবোর জুইত পোরে,
আহাঁ, এনে যিহোবার কার্য্যবোর চোবাহি।
[10] ক্ষান্ত হোবা, ময় যে ঈশ্বর, তাক বুজা ;
ময় জাতিবিলাকর মাজত উন্নত হম ;
ময় পৃথিবীত উন্নত হম।
[11] বাহিনীবিলাকর যিহোবা আমার সঙ্গী ;
যাকোবর ঈশ্বর আমার উচ্চ দুর্গ। [চেলা।

## ৪৭

প্রধান বাদ্যকরর নিমিত্তে। কোরহর
সন্তানবিলাকর রচিত গীত।

---

[1] হে জাতিবিলাক, হাত-তালি দিয়া ;
আনন্দ-গানর শবদেরে ঈশ্বরর উদ্দেশে জয়ধ্বনি
করা।
[2] কিয়নো সর্ব্বোপরি যিহোবা ভয়ানক ;
তেওঁ গোটেই পৃথিবীর ওপরত মহান রজা।
[3] তেওঁ লোকসমূহক আমার অধীন করিলে,
জাতিবিলাকক আমার ভরির তল করিলে।
[4] তেওঁ আমার নিমিত্তে আমার আধিপত্য
মনোনীত করিলে ;
তেওঁ আপোনার প্রিয় যাকোবর প্রশংসনীয়
ভাগ মনোনীত করিলে। [চেলা।
[5] ঈশ্বরে জয়ধ্বনিত উর্দ্ধগমন করিলে ;
যিহোবাই শিঙ্গা-ধ্বনিত উর্দ্ধগমন করিলে।
[6] তোমালোকে ঈশ্বরর উদ্দেশে প্রশংসার গান
করা, প্রশংসার গান করা ;
তোমালোকে আমার রজার উদ্দেশে প্রশংসার
গান করা, প্রশংসার গান করা।
[7] কিয়নো ঈশ্বর গোটেই পৃথিবীর রজা ;
তোমালোকে জ্ঞানেরে প্রশংসার গান করা।
[8] ঈশ্বরে জাতিবিলাকর ওপরত রাজত্ব করিছে ;

ঈশ্বর আপোন পবিত্র সিংহাসনত বহিছে।
[৯] অব্রাহামর ঈশ্বরর প্রজা হবলৈ,
জাতিবিলাকর অধিপতিবিলাকে গোট খাইছে;
কিয়নো পৃথিবীর ঢালবোর ঈশ্বরর্হে;
তেওঁ অতিশয় উন্নত।

## ৪৮ সঙ্গীত। কোরহর সন্তানবিলাকর রচিত গীত।

---

[১] আমার ঈশ্বরর নগরত, তেওঁর পবিত্র পর্ব্বতত
যিহোবা মহান আৰু অতিশয় প্রশংসার যোগ্য।
[২] উত্তরফালে থকা চিয়োন পর্ব্বত, মহারজার নগর উচ্চতার নিমিত্তে মনোহর আৰু গোটেই পৃথিবীর আনন্দদায়ক।
[৩] তার অট্টালিকাবোরর মাজত,
ঈশ্বরে উচ্চ দুর্গস্বরূপে আপোনাকে আপুনি পরিচয় দিলে।
[৪] কিয়নো দেখা, রজাবিলাক গোট খাইছিল;
সিবিলাকে একেলগে যাত্রা করি আহিল।
[৫] সিবিলাকে দেখামাত্রে তধা লাগিল,
ব্যাকুল হৈ শীঘ্রে পলাল।
[৬] তাত সিবিলাকক কঁপনিয়ে ধরিলে;
প্রসবকারিণীর দরে বেদনাই সিবিলাকক ধরিলে।
[৭] পূব দিশর বতাহেরে
তর্চীচর জাহাজবোর ভঙ্গাদি তুমি সিবিলাকক ভাঙ্গিলা।
[৮] যেনেকৈ আমি শুনিছিলোঁ, তেনেকৈ বাহিনী-বিলাকর যিহোবার নগরত,
আমার ঈশ্বরর পুরীত আমি দেখিলোঁ;
ঈশ্বরে সদাকাললৈকে তাক স্থির করিব। [চেলা।
[৯] হে ঈশ্বর, তোমার মন্দিরর মাজত,
আমি তোমার দয়ার বিষয়ে চিন্তা করিলোঁ।
[১০] হে ঈশ্বর, তোমার নাম যেনে,
পৃথিবীর অন্তলৈকে তোমার প্রশংসাও তেনে;
তোমার সোঁ হাত ধার্ম্মিকতারে পরিপূর্ণ।
[১১] তোমার সুবিচারর কারণে
চিয়োন পর্ব্বতে আনন্দ করোক,
যিহূদার জিয়ারীবিলাক উল্লাসিত হওক।
[১২] তোমালোকে চিয়োনক প্রদক্ষিণ করা, আৰু তার চারিওফালে ফুরা;
তার কোঁঠবোর লেখ করা।
[১৩] ভাবি-বংশর আগত তার বর্ণনা করিবলৈ তার গড়লৈ মনোযোগ করা,
তার অট্টালিকাবোর ভালকৈ চোৱা।
[১৪] কিয়নো এই ঈশ্বর অনন্ত কাললৈকে আমার ঈশ্বর;
তেওঁ মৃত্যুলৈকে আমার পথদর্শক হব।

## ৪৯ প্রধান বাদ্যকরর নিমিত্তে। কোরহর সন্তানবিলাকর রচিত গীত।

---

[১] হে জাতিবিলাক, ইয়াক শুনা;
হে জগত-নিবাসীবিলাক, কাণ পাতা।
[২] সামান্য কি মান্যবন্ত, ধনী কি দরিদ্র তোমালোক সকলোৱে শুনা।
[৩] মোর মুখে জ্ঞানর কথা কব;
মোর মনর চিন্তা সুবুদ্ধিদায়ক।
[৪] ময় দৃষ্টান্ত-কথালৈ কাণ পাতিম;
বীণারে মোর নিগূঢ় কথা প্রকাশ করিম।
[৫] যেতিয়া মোর প্রবঞ্চনাকারীবোরর অপরাধে মোক বেরি ধরে,
তেতিয়া ময় এনে সঙ্কটর কালত কেলেই ভয় করিম?
[৬] যিবোরে আপোন আপোন সম্পত্তিত ভারসা করে,
আৰু আপোন আপোন ধনর বাহুল্যত অহঙ্কার করে,
[৭] সিহঁতর ভিতরর কোনো এজনেও আপোন ভাইক কোনো প্রকারে মুক্ত করিব নোৱারিব,
[৮] বা ভাই সদায় জীয়াই থাকিবর নিমিত্তে,
নাইবা ক্ষয়স্থান নেদেখিবর নিমিত্তে,
তার সলনি প্রায়শ্চিত্তর মূল্য ঈশ্বরক দিব নোৱারিব।
[৯] কারণ সিহঁতর প্রাণর মুক্তি দুর্ম্মূল্য;
এই কারণে সেয়ে সদাকাললৈকে থাওক।
[১০] কিয়নো সি অবশ্যে দেখে, যে, জ্ঞানীবিলাক মরে,
নির্ব্বোধ আৰু পশুতুল্য লোকবিলাক একেলগে বিনষ্ট হয়,

আৰু সিহঁতে আনৰ নিমিত্তে আপোন আপোন
ধন এৰি যায়।
১১ সিহঁতৰ আন্তৰিক ভাব এই, যে, সিহঁতৰ ঘৰ
চিৰস্থায়ী,
আৰু সিহঁতৰ আবাসবোৰ পুৰুষানুক্ৰমে
থাকিব;
সিহঁতে নিজৰ নিজৰ নাম অনুসাৰে নিজৰ
নিজৰ মাটিৰ নাম দিয়ে।
১২ কিন্তু মানুহে মৰ্য্যাদা পায়ো থিৰে
নেথাকে;
সি বিনষ্ট হব লগীয়া পশুবোৰৰ নিচিনা।

১৩ নিৰ্ব্বোধবোৰৰ পথ সেই প্ৰকাৰ;
তথাপি সিহঁতৰ পাছৰ লোকবিলাকে সিহঁতৰ
কথাত সন্তোষ পায়। [চেলা।
১৪ সিহঁত চিয়োলৰ নিমিত্তে নিযুক্ত হোৱা
মেৰজাকস্বৰূপ;
মৃত্যু সিহঁতৰ ৰখীয়া হব;
ৰাতিপুৱাতে সৰল-চিন্তীয়াবিলাকে সিহঁতৰ ওপ-
ৰত ৰাজত্ব কৰিব;
সিহঁতৰ শোভাৰ ঠাই আৰু নেথাকিবৰ
নিমিত্তে,
চিয়োলে তাক নষ্ট কৰি পেলাব।
১৫ কিন্তু ঈশ্বৰে চিয়োলৰ হাতৰ পৰা মোৰ প্ৰাণ
মুক্ত কৰিব;
কিয়নো তেওঁ মোক গ্ৰহণ কৰিব। [চেলা।
১৬ যেতিয়া কোনো মানুহ ধনী হয়,
যেতিয়া তাৰ বংশৰ ঐশ্বৰ্য্য বৃদ্ধি পায়,
তেতিয়া তুমি ভয় নকৰিবা।
১৭ কিয়নো মৰণৰ কালত সি একোকে লৈ
নেযাব;
তাৰ ঐশ্বৰ্য্য তাৰ লগত নামি নেযাব।
১৮ যদিও সি জীয়াই থাকোঁতে নিজকে নিজে
সুখী বুলি ভাবে,
আৰু তোমাৰ ভাল অৱস্থা থাকিলে মানুহে
তোমাৰ প্ৰশংসা কৰে,
১৯ তথাপি তাৰ প্ৰাণ আপোন পিতৃ-বংশৰ লগলৈ
যাব;
সিহঁতে কেতিয়াও পোহৰ দেখিবলৈ নেপাব।
২০ যি মানুহ মৰ্য্যাদাপ্ৰাপ্ত, কিন্তু অবিবেচক,
সি বিনষ্ট হব লগীয়া পশুবোৰৰ নিচিনা।

## ৫০ আচফৰ ৰচিত গীত।

১ ঈশ্বৰে, ঈশ্বৰ যিহোৱাই কথা কলে,
তেওঁ সূৰ্য্যৰ উদয়স্থানৰ পৰা অস্তস্থানলৈকে
পৃথিবীক মাতিলে।
২ সম্পূৰ্ণৰূপে সুন্দৰ যি চিয়োন,
ঈশ্বৰে তাৰ পৰা দীপ্তি প্ৰকাশ কৰিলে।
৩ আমাৰ ঈশ্বৰ আহিছে, তেওঁ নিজম দি
নেথাকিব;
তেওঁৰ আগে আগে অগ্নিয়ে দগ্ধ কৰিছে,
আৰু তেওঁৰ চাৰিওকালে অতিশয় ধুমুহা
মাৰিছে।
৪ তেওঁ আপোন প্ৰজাবিলাকৰ বিচাৰ কৰিবৰ
নিমিত্তে,
তেওঁ ওপৰত থকা আকাশ-মণ্ডলক, আৰু
পৃথিবীক মাতিছে।
৫ "যিবিলাকে বলিদানৰ দ্বাৰায় মোৰ লগত
নিয়ম স্থাপন কৰিলে,
তোমালোকে মোৰ এনে সাধুবিলাকক মোৰ
ওচৰত গোটোৱা।"
৬ আকাশমণ্ডলে তেওঁৰ ধাৰ্ম্মিকতা প্ৰকাশ
কৰিছে;
কিয়নো ঈশ্বৰ নিজেই বিচাৰকৰ্ত্তা। [চেলা।
৭ হে মোৰ প্ৰজা, শুনা,ময় কওঁ;
হে ইস্ৰায়েল শুনা, ময় তোমাৰ অহিতে সাক্ষ্য
দিওঁ;
ময় ঈশ্বৰ, তোমাৰেই ঈশ্বৰ।
৮ ময় তোমাৰ বলিদানবোৰৰ বাবে তোমাক
দোষ নধৰোঁ;
তোমাৰ হোম-বলিবোৰ সদায় মোৰ সম্মুখত
আছে।
৯ ময় তোমাৰ ঘৰৰ পৰা ভতৰা নলওঁ;
তোমাৰ গড়ালৰ পৰা মটা ছাগবোৰ গ্ৰহণ
নকৰোঁ।
১০ কিয়নো আটাই বনৰীয়া জন্তু মোৰেই,
আৰু হাজাৰ হাজাৰ পৰ্ব্বতৰ পশুও মোৰেই।
১১ ময় পৰ্ব্বতৰ সকলো পক্ষীকে জানো;
পথাৰৰ প্ৰাণীবোৰ মোৰ ওচৰত আছে।
১২ যদি মোৰ ভোক লাগে, তোমাক নকওঁ;
কিয়নো জগত আৰু তাৰ সকলো মোৰেই।
১৩ ময় ভতৰাৰ মাংস ভোজন কৰিম নে?

আৰু ছাগৰ তেজ পান কৰিম নে ?
[14] তুমি ঈশ্বৰৰ উদ্দেশে স্তুতিৰূপ বলি উৎসৰ্গ কৰা,
সৰ্ব্বোপৰি জনাৰ উদ্দেশে তোমাৰ সঙ্কল্প সিদ্ধ কৰা।
[15] সঙ্কটৰ কালত মোৰ আগত প্ৰাৰ্থনা কৰা ;
ময় তোমাক উদ্ধাৰ কৰিম, তাতে তুমি মোক গৌৰবান্বিত কৰিবা।
[16] কিন্তু দুষ্টক ঈশ্বৰে কৈছে,
মোৰ বিধিবোৰ প্ৰকাশ কৰিবলৈ,
আৰু তোৰ মুখত মোৰ নিয়মটী লবলৈ তোৰ কি স্বত্ব আছে ?
[17] কাৰণ তয় শিক্ষা ঘিণ কৰ,
আৰু মোৰ বাক্য তোৰ পাছলৈ পেলাব।
[18] চোৰক দেখিলে তয় তাৰ মতত মত দিয় ;
তয় ব্যভিচাৰীবোৰৰ লগৰীয়া হব।
[19] তয় কুকথালৈ আপোনাৰ মুখ বঢ়াই থাক,
আৰু তোৰ জিবাই ছলৰ কথা সাজে।
[20] তয় বহি আপোন ভাইৰ অহিতে কথা কৈ থাক;
তয় সহোদৰ ভাইৰ অহিতে চৰ্চ্চি ফুৰ।
[21] তয় এইবোৰ কৰি আছিছ, তথাপি ময় মনে মনে আছিলোঁ ;
তয় ভাবিছিলি, যে, ময়ো সম্পূৰ্ণৰূপে তোৰ নিচিনা ;
কিন্তু ময় তোক ধমকি দিম, আৰু তোৰ সাক্ষাতে সকলোকে চিজিলৰূপে প্ৰকাশ কৰিম।

[22] হে ঈশ্বৰক পাহৰোঁতাবোৰ, তইঁতৰ উদ্ধাৰকৰ্ত্তা কোনো নোহোৱাকৈ
যেন তইঁতক ছিৰি ডোখৰ ডোখৰ নকৰোঁ,
এই নিমিত্তে তইঁতে ইয়াক ভাবি চা।
[23] যি জনে স্তুতিৰূপ বলি উৎসৰ্গ কৰে, সেই জনেই মোক গৌৰবান্বিত কৰে ;
যি মানুহে নিজ পথ ঠিক কৰে,
ময় তাক ঈশ্বৰৰ পৰিত্ৰাণ ভোগ কৰাম।

## ৫১

প্ৰধান বাদ্যকৰৰ নিমিত্তে। দায়ুদৰ ৰচিত গীত। দায়ুদে বৎ-চেবাত গমন কৰাৰ পাছে নাথন ভাববাদী তেওঁৰ ওচৰলৈ যোৱা সময়ৰ গীত।

---

[1] হে ঈশ্বৰ, তোমাৰ দয়া অনুসাৰে মোক কৃপা কৰা,
তোমাৰ প্ৰচুৰ অনুগ্ৰহৰ দৰে মোৰ পাপ মোচন কৰা।
[2] মোৰ অধৰ্ম্মৰ পৰা মোক সম্পূৰ্ণকৈ ধুই পেলোৱা ;
মোৰ পাপৰ পৰা মোক শুচি কৰা।
[3] কিয়নো মোৰ অপৰাধবোৰ ময় নিজে জানিছোঁ ;
মোৰ পাপ সদায় মোৰ আগতে আছে।
[4] তুমি আপোন বাক্যত ধাৰ্ম্মিক,
আৰু আপোন বিচাৰত নিৰ্দ্দোষী হবৰ নিমিত্তে,
তোমাৰ বিৰুদ্ধে, অকল তোমাৰেই বিৰুদ্ধে ময় পাপ কৰিলোঁ,
আৰু তোমাৰ দৃষ্টিত যি ঘিণলগীয়া, তাকে কৰিলোঁ।
[5] দেখা, অধৰ্ম্মতে মোৰ জন্ম হল ;
মোৰ মাতৃয়ে মোক পাপতে গৰ্ভধাৰণ কৰিলে।
[6] দেখা, তুমি আন্তৰিক সত্যতাত সন্তোষ পাওঁতা ;
তুমি মোক অন্তৰত জ্ঞান শিক্ষা দিবা।
[7] তুমি এচোব বনেৰে মোক পাপৰ পৰা মুক্ত কৰা, তাতে ময় শুচি হম ;
মোক ধোৱা, তাতে ময় হিমতকৈয়ো বগা হম।
[8] তুমি গুড়ি কৰা অস্থিবোৰ যেন উল্লাসিত হয়,
এই নিমিত্তে তুমি মোক উল্লাস আৰু হৰিষৰ ধ্বনি শুনুউৱা।
[9] মোৰ পাপসমূহৰ পৰা তোমাৰ মুখ ঢাকা ;
মোৰ সকলো অধৰ্ম্ম মোচন কৰা।
[10] হে ঈশ্বৰ, মোত শুদ্ধ মন সৃষ্টি কৰা ;
মোৰ অন্তৰত সুস্থিৰ আত্মা পুনৰায় জন্মোৱা।
[11] তোমাৰ সম্মুখৰ পৰা মোক দূৰ নকৰিবা ;
তোমাৰ পবিত্ৰ আত্মা মোৰ পৰা নিনিবা।
[12] তোমাৰ পৰিত্ৰাণৰ আনন্দ মোক পুনৰায় দান কৰা,
আৰু উদাৰ আত্মা দি মোক ধৰি ৰাখা।
[13] তাতে ময় অপৰাধীবোৰক তোমাৰ পথ শিকাম ;
আৰু পাপীবোৰ তোমালৈ পালটিব।
[14] হে ঈশ্বৰ, হে মোৰ পৰিত্ৰাণৰ ঈশ্বৰ,
ৰক্তপাতৰ দোষৰ পৰা মোক উদ্ধাৰ কৰা ;

তাতে মোর জিবাই তোমার ধার্ম্মিকতার বিষয়ে
বড় মাতেরে গান করিব।
১৪ হে প্রভো, মোর ওঁঠ মুকলি করা;
তাতে মোর মুখে তোমার প্রশংসা প্রকাশ
করিব।
১৬ কিয়নো তুমি বলিদানত সন্তুষ্ট নোহোবা, নতুবা
তাক দিলোঁহেঁতেন;
হোম-বলিত তোমার প্রীতি নাই।
১৭ ঈশ্বরর বলি ভগন মন;
হে ঈশ্বর, তুমি ভগন আরু খেদিত চিত্তক
অগ্রাহ্য নকরা।

১৮ তুমি আপোন অনুগ্রহেরে চিয়োনর শুভ
করা;
তুমি যিরূচালেমর গড় নির্ম্মাণ করা।
১৯ তেতিয়া তুমি ধার্ম্মিকতার বলি, হোম, আরু
পূর্ণাহুতিত সন্তুষ্ট হবা;
তেতিয়া লোকে তোমার যজ্ঞবেদির ওপরত
ভতরা উৎসর্গ করিব।

## ৫২

প্রধান বাদ্যকরর নিমিত্তে। মচ্কীল নামে দায়ূদর রচিত গীত। দায়ূদ অহীমেলকর ঘরলৈ গৈছিল বুলি ইদোমীয়া দোরেগে আহি চৌলর আগত জনোরা সময়র গীত।

১ হে বীর, তুমি দুকর্ম্মত কিয় গর্ব্ব করিছা?
ঈশ্বরর দয়া সদাকাললৈকে থাকে।
২ তোমার জিবাই নানা কুকল্পনা করিছে;
হে ছলসাধক, সেই জিবা চোকা ক্ষুরর নিচিনা।
৩ তুমি সুকর্ম্মতকৈ কুকর্ম্ম ভাল পাইছা,
তুমি ধর্ম্মবাক্য কোরাতকৈ মিছা কথা ভাল
পাইছা! [চেলা।
৪ হে ছলকারী জিবা,
তুমি সকলো বিনাশক কথা ভাল পাইছা।
৫ ঈশ্বরেও তোমাক সদাকালর নিমিত্তে বিনষ্ট
করিব;
তেওঁ তোমাক ধরি তোমার তাম্বুর পরা টানি
উলিয়াব,
জীবিতবিলাকর দেশর পরা তোমাক উঘালি
পেলাব।
৬ ধার্ম্মিকবিলাকে তাকে দেখি ভয় করিব,
আরু এই কথা কৈ সেই জনক হাঁহিব;
৭ "দেখা, সৌ জনে ঈশ্বরক আপোনার কোঁঠ
নকরিলে,
কিন্তু আপোনার প্রচুর ধনত ভারসা করিছিল,
আরু আপোনার দুষ্টতার দ্বারায় আপোনাক
বলবান করিছিল।"
৮ কিন্তু ময় হলে, ঈশ্বরর গৃহত কেঁচাপতীয়া জিত-
বৃক্ষর নিচিনা হৈ আছোঁ;
ময় সদাকাললৈকে ঈশ্বরর দয়াত ভারসা করোঁ।
৯ সদাকাললৈকে ময় তোমার ধন্যবাদ করিম,
কিয়নো তুমি কার্য্য সিদ্ধ করিলা;
ময় তোমার সাধুবিলাকর সন্মুখত তোমার নাম-
লৈ অপেক্ষা করিম, কিয়নো সেয়ে উত্তম।

## ৫৩

প্রধান বাদ্যকরর নিমিত্তে। মহলৎ সুরত গাব লগীয়া। মচ্কীল নামে দায়ূদর রচিত গীত।

১ অজ্ঞানে আপোন মনতে ভাবে, "ঈশ্বর নাই।"
সিহঁত ভ্রষ্ট হল, সিহঁতে ঘিণলগীয়া অধর্ম্ম কার্য্য
করিছে;
সিহঁতর কোনেও সৎকর্ম্ম নকরিলে।
২ বিবেচক কোনো আছে কি নাই,
ঈশ্বরক বিচারোঁতা কোনো আছে কি নাই,
তাক জানিবর নিমিত্তে ঈশ্বরে স্বর্গর পরা
মনুষ্যসন্তানবিলাকলৈ চালে।
৩ সিহঁতর প্রত্যেকেই হুঁহকি গল;
সিহঁত সকলোরেই কলঙ্কিত হল;
সৎকর্ম্ম করোঁতা কোনো নাই, এজনো নাই।
৪ "যিবোরে মোর প্রজাক আহারর দরে খায়,
কিন্তু ঈশ্বরর আগত প্রার্থনা নকরে,
এনে কুকর্ম্মীবোরক জানো দণ্ড দিয়া নেযাব?"
৫ য'ত ভয় নাছিল, সৌ তাত সিহঁতে অতিশয়
ভয় পালে;
কিয়নো ঈশ্বরে, তোমার বিরুদ্ধে ছাউনি পতা
জনর অস্থি গোট গোট করিলে;
তুমি সিহঁতক লাজত পেলালা, কারণ ঈশ্বরে
সিহঁতক অগ্রাহ্য করিলে।
৬ অস, চিয়োনর পরা ইস্রায়েলর পরিত্রাণ হলে,
ময় কেনে ভাল পাওঁ!

যেতিয়া যিহোৱাই আপোন প্ৰজাবিলাকৰ
বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিব,
তেতিয়া যাকোবে উল্লাস কৰিব, ইস্ৰায়েল
আনন্দিত হব ।

**৫৪** প্ৰধান বাদ্যকৰৰ নিমিত্তে । তাঁৰযুক্ত যন্ত্ৰেৰে গাব লগীয়া । মচ্‌কীল নামে দায়ূদৰ ৰচিত গীত । দায়ূদ আমাৰ লগত জানো লুকাই থকা নাই ? এই বুলি জীফীয়াইঁতে গৈ চৌলৰ আগত কোৱা সময়ৰ গীত ।

---

১ হে ঈশ্বৰ, তোমাৰ নামৰ দ্বাৰায় মোক পৰিত্ৰাণ
কৰা,
তোমাৰ শক্তিৰে মোৰ বিচাৰ নিষ্পত্তি কৰা ।
২ হে ঈশ্বৰ, মোৰ প্ৰাৰ্থনা শুনা,
মোৰ মুখৰ বাক্যলৈ কাণ পাতা ;
৩ কিয়নো বিজাতীয়বোৰ মোৰ বিৰুদ্ধে উঠিছে,
অত্যাচাৰীইঁতে মোৰ প্ৰাণ বিচাৰিছে ;
সিইঁতে আপোনাবিলাকৰ আগত ঈশ্বৰক
নেৰাখে ।　　[চেলা ।
৪ দেখা, ঈশ্বৰ মোৰ সহায়কৰ্ত্তা ;
প্ৰভু মোৰ প্ৰাণ-ৰক্ষক ।
৫ তেওঁ মোৰ শত্ৰুবোৰক সিইঁতৰ অপৰাধৰ প্ৰতি-
ফল দিব ;
তুমি আপোন সত্যতাৰে সিইঁতক বিনষ্ট কৰা ।
৬ ইচ্ছা-মনেৰে মই তোমাৰ উদ্দেশে বলি উৎসৰ্গ
কৰিম ;
হে যিহোৱা, মই তোমাৰ নামৰ ধন্যবাদ কৰিম,
কিয়নো সেয়ে উত্তম ।
৭ কাৰণ তেওঁ মোক মোৰ সকলো সঙ্কটৰ পৰা
উদ্ধাৰ কৰিলে,
আৰু মোৰ চকুৱে মোৰ শত্ৰুবোৰৰ ওপৰত
মোৰ ইচ্ছা সিদ্ধ হোৱা দেখিলে ।

**৫৫** প্ৰধান বাদ্যকৰৰ নিমিত্তে । তাঁৰযুক্ত যন্ত্ৰেৰে গাব লগীয়া । মচ্‌কীল নামে দায়ূদৰ ৰচিত গীত ।

---

১ হে ঈশ্বৰ, মোৰ প্ৰাৰ্থনালৈ কাণ পাতা,
মোৰ নিবেদনৰ কালত লুকাই নেথাকিবা ।
২ মোলৈ কাণ দিয়া, মোক উত্তৰ দিয়া ;
৩ শত্ৰুৰ মাতৰ কাৰণে, আৰু দুষ্টৰ অত্যাচাৰৰ
কাৰণে,
মই চিন্তা কৰি কৰি অস্থিৰ হৈছোঁ, আৰু
কেঁকাইছোঁ ;
কিয়নো সিইঁতে মোক দোষত পেলায়,
ক্ৰোধত মোক তাড়না কৰে ।
৪ মোৰ হৃদয়ে মোৰ অন্তৰত অত্যন্ত যন্ত্ৰণা পাইছে,
মৃত্যুৰ আশঙ্কাই মোক ধৰিছে ।
৫ ত্ৰাস আৰু কঁপনিয়ে মোক আক্ৰমণ কৰিছে ;
মহাত্ৰাসৰূপ চল পানীয়ে মোক তল নিয়াইছে ।
৬ মই কলোঁ, অস, কপৌৰ দৰে মোৰ ডেউকা
থকা হলে, মই কেনে ভাল পালোঁহেঁতেন !
সেয়ে হোৱা হলে, মই উড়ি গৈ বিশ্ৰাম পালোঁ-
হেঁতেন ।
৭ দেখা, সেয়ে হোৱা হলে, মই দূৰৈলৈ পলাই গৈ
অৰণ্যত বাস কৰিলোঁহেঁতেন ।　　[চেলা ।
৮ প্ৰচণ্ড বতাহ আৰু ধুমুহাৰ পৰা,
মই শীঘ্ৰে আশ্ৰয়লৈ গলোঁহেঁতেন ।
৯ হে প্ৰভো, সিইঁতক বিনষ্ট কৰা, সিইঁতৰ জিবা
ভিন্ন ভিন্ন কৰা ;
কিয়নো মই নগৰৰ ভিতৰত অত্যাচাৰ আৰু
বিবাদ দেখিছোঁ ।
১০ সিইঁতে দিনে-ৰাতিয়ে গড়ৰ ওপৰেদি নগৰ
ভ্ৰমি ফুৰে ;
অধৰ্ম্ম আৰু অপকাৰ তাৰ ভিতৰত আছে ।
১১ তাৰ ভিতৰত দুষ্টতা আছে ;
তাৰ চকবোৰৰ পৰা উপদ্ৰৱ আৰু ছল গুচে ।
১২ কোনো শত্ৰুৱে যে মোক নিন্দা কৰিছে, এনে
নহয় ;
কৰা হলে, মই তাক সহিলোঁহেঁতেন ;
মোক ঘিণাওঁতাই যে মোৰ বিৰুদ্ধে গৰ্ব্ব কৰিছে,
এনে নহয় ;
কৰা হলে, মই তাৰ পৰা আপোনাকে লুকুৱা-
লোঁহেঁতেন ।
১৩ কিন্তু মোৰ সমনীয়া মানুহ, মোৰ সঙ্গী, আৰু
মোৰ প্ৰণয়ৰ বন্ধু যি তুমি,
তুমিয়েই তাক কৰিছা ।
১৪ আমি একেলগে মধুৰ আলাপ কৰিছিলোঁ ;
আমি লোকসমূহে সৈতে ঈশ্বৰৰ গৃহলৈ গৈ-
ছিলোঁ ।

১৫ মৃত্যুৱে সিহঁতক অকস্মাৎ আক্রমণ কৰোক,
সিহঁত জীয়াই জীয়াই চিয়োললৈ নামি যাওক ;
কিয়নো সিহঁতৰ বাসস্থানত আৰু সিহঁতৰ অন্তৰত দুষ্টতা আছে।
১৬ ময় হলে ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰিম ;
তাতে যিহোৱাই মোক পৰিত্ৰাণ কৰিব।
১৭ গধূলি, ৰাতিপুৱা, আৰু দুপৰ বেলাতো ময় দুঃখৰ কথা কম, আৰু কেঁকাম ;
তাতে তেওঁ মোৰ মাত শুনিব।
১৮ মোৰ বিৰুদ্ধে হোৱা যুদ্ধৰ পৰা তেওঁ মোৰ প্ৰাণ কুশলে মুক্ত কৰিলে ;
কিয়নো মোৰে সৈতে বিবাদ কৰা অনেক আছিল।
১৯ ঈশ্বৰে শুনিব, সিহঁতক উত্তৰ দিব,
আগৰ কালৰ পৰা থকা জনায়েই উত্তৰ দিব, [চেলা।
যিবোৰৰ পৰিবৰ্ত্তন নাই, আৰু ঈশ্বৰক ভয় নকৰে, সিহঁতকেই উত্তৰ দিব।
২০ সেই মানুহে আপোনাৰে সৈতে শান্তিৰে থকাবিলাকৰ বিৰুদ্ধে হাত মেলিলে ;
সি নিজে কৰা নিয়মটী লঙ্ঘন কৰিলে।
২১ তাৰ মুখ মাখনৰ নিচিনা কোমল,
কিন্তু তাৰ অন্তৰ যুদ্ধময় ;
তাৰ বাক্যবোৰ তেলতকৈয়ো তেলেতীয়া,
তথাপি সেইবোৰ খোলা তৰোৱালস্বৰূপ।
২২ যিহোৱাত তোমাৰ ভাৰ সমৰ্পণ কৰা,
তেওঁ তোমাক প্ৰতিপালন কৰিব ;
তেওঁ ধাৰ্ম্মিকক কেতিয়াও লৰচৰ হবলৈ নিদিব।
২৩ কিন্তু, হে ঈশ্বৰ, তুমিয়েই সিহঁতক বিনাশৰ গাঁতলৈ নমাই আনিবা ;
ৰক্তপাতী আৰু ছলবাদী মানুহবোৰে আধা বয়সো নেপাব ;
কিন্তু ময় হলে, তোমাৰ ওপৰত নিৰ্ভৰ কৰিম।

## ৫৬

প্ৰধান বাদ্যকৰৰ নিমিত্তে। যোনৎ-এলম-ৰহোকীম সুৰত গাব লগীয়া। মিক্‌টাম নামে দায়ূদৰ ৰচিত গীত। পলেষ্টীয়াবিলাকে দায়ূদক গাতত ধৰা সময়ৰ গীত।

---

১ হে ঈশ্বৰ, মোক কৃপা কৰা ; কিয়নো মানুহে মোক গ্ৰাস কৰিবলৈ বিচাৰিছে ;
সি ওৰেদিন্‌টো যুদ্ধ কৰি মোক উপদ্ৰৱ কৰিছে।
২ মোৰ শত্ৰুবোৰে ওৰেদিন্‌টো মোক গ্ৰাস কৰিবলৈ বিচাৰিছে ;
কিয়নো মোৰ বিৰুদ্ধে অহঙ্কাৰ কৰি যুদ্ধ কৰা অনেক।
৩ যেতিয়াই মোৰ ভয় লাগে,
তেতিয়াই ময় তোমাত ভাৰসা কৰিম।
৪ ময় ঈশ্বৰত নিৰ্ভৰ কৰি তেওঁৰ বাক্যৰ প্ৰশংসা কৰিম ;
ময় ঈশ্বৰত ভাৰসা কৰিলোঁ, ভয় নকৰোঁ ;
মাংসপিণ্ডই মোক কি কৰিব পাৰে ?
৫ সিহঁতে ওৰেদিন্‌টো মোৰ বাক্য অৰ্থান্তৰ কৰে ;
সিহঁতৰ সকলো সঙ্কল্প মোৰ বিৰুদ্ধে অনিষ্টজনক।
৬ সিহঁতে গোট খাই লুকাই থাকে ;
সিহঁতে মোৰ প্ৰাণলৈ অপেক্ষা কৰি থকাৰ দৰে,
মোৰ ভৰিৰ খোজলৈ লক্ষ কৰে।
৭ অধৰ্ম্মৰ দ্বাৰায় সিহঁতে ৰক্ষা পাব নে ?
হে ঈশ্বৰ, ক্ৰোধেৰে জাতিবোৰক নিপাত কৰা।
৮ তুমি মোৰ ভ্ৰমণৰ লেখ লৈছা ;
তুমি মোৰ চকু-লো তোমাৰ কুপাত বন্ধ কৰি ৰাখা ;
সেইবোৰ তোমাৰ বহিত নাই নে ?
৯ সেই দিনা, ময় প্ৰাৰ্থনা কৰা কালত মোৰ শত্ৰুবোৰ বিমুখ হব ;
ঈশ্বৰ যে মোৰ ফলীয়া, তাক ময় জানিছোঁ।
১০ ময় ঈশ্বৰত নিৰ্ভৰ কৰি তেওঁৰ বাক্যৰ প্ৰশংসা কৰিম ;
ময় যিহোৱাত নিৰ্ভৰ কৰি তেওঁৰ বাক্যৰ প্ৰশংসা কৰিম।
১১ ময় ঈশ্বৰত ভাৰসা কৰিলোঁ, ভয় নকৰোঁ ;
মানুহে মোক কি কৰিব পাৰে ?
১২ হে ঈশ্বৰ, তোমাৰ উদ্দেশে সিদ্ধ কৰিব লগীয়া সঙ্কল্পবোৰ মোৰ গাত আছে ;
তোমাৰ উদ্দেশে ময় ধন্যবাদাৰ্থক বলি উৎসৰ্গ কৰিম।
১৩ কিয়নো তুমি মোৰ প্ৰাণ মৃত্যুৰ পৰা উদ্ধাৰ কৰিলা ;
জীৱিতবিলাকৰ দীপ্তিত ঈশ্বৰৰ সাক্ষাতে অহাযোৱা কৰিবলৈ,

তুমি জানো পতনর পরা মোর ভরি রক্ষা
নকরিলা?

## ৫৭

প্রধান বাদ্যকরর নিমিত্তে। অল্‌-তচ্‌হেৎ সুরত
গাব লগীয়া। মিক্‌টাম নামে দায়ূদর
রচিত গীত। তেওঁ চৌলর সম্মুখর
পরা গুহালৈ পলাই যোৱা
সময়র গীত।

---

১ হে ঈশ্বর, মোক কৃপা কৰা, মোক কৃপা কৰা;
কিয়নো মোর প্রাণে তোমাতেই আশ্রয় লৈছে;
এনে কি, এই আপদবোরর শেষ নহয়মানে,
ময় তোমার ডেউকার ছাঁত আশ্রয় লম।
২ ময় সর্ব্বোপরি ঈশ্বরর আগত প্রার্থনা করিম,
মোর কার্য্যসাধক ঈশ্বরক নিবেদন করিম।
৩ মোক গ্রাস করিব খোজা জনে নিন্দা করা
সময়ত,
তেওঁ স্বর্গর পরা পঠাই মোক পরিত্রাণ করিব;
[চেলা।
ঈশ্বরে আপোন দয়া আরু সত্যতা পঠাই
দিব।
৪ মোর প্রাণ সিংহবোরর মাজত আছে;
যিবোরর দাঁত বড়শা আরু কাঁড়স্বরূপ,
আরু যিবোরর জিবা চোকা তরোৱালস্বরূপ,
এনে অগ্নি-শিখাস্বরূপ মনুষ্য-সন্তানবিলাকর
মাজত ময় শুইছোঁ।
৫ হে ঈশ্বর, স্বর্গর ওপরলৈকে তুমি উন্নত হোৱা;
গোটেই পৃথিবীর ওপরত তোমার গৌরব হওক।

৬ সিহঁতে মোর ভরিলৈ জাল পাতিলে;
মোর প্রাণ নত হৈছে।
সিহঁতে মোর সম্মুখত গাঁত খানিলে;
সিহঁত নিজেই তার ভিতরত পড়িল। [চেলা।
৭ হে ঈশ্বর, মোর মন সুস্থির হল, মোর মন সুস্থির
হল;
ময় গীত গাম, এনে কি, প্রশংসার গান করিম।
৮ হে মোর হৃদয়, সার পোৱা; হে নেবল আরু
বীণা, সার পোৱা;
ময় প্রভাতক জগাম।
৯ হে প্রভো, জাতিবিলাকর মাজত ময় তোমার
ধন্যবাদ করিম;
লোকসমূহর মাজত ময় তোমার প্রশংসার গান
করিম।
১০ কিয়নো তোমার দয়ার মহত্ত্ব স্বর্গলৈকে,
আরু তোমার সত্যতা আকাশলৈকে।
১১ হে ঈশ্বর, স্বর্গর ওপরলৈকে তুমি উন্নত হোৱা;
গোটেই পৃথিবীর ওপরত তোমার গৌরব হওক।

## ৫৮

প্রধান বাদ্যকরর নিমিত্তে। অল্‌-তচ্‌হেৎ
সুরত গাব লগীয়া। মিক্‌টাম নামে
দায়ূদর রচিত গীত।

---

১ বাস্তবিক তোমালোকে ধর্ম্মবাক্য কব লগা
সময়ত বোবা হৈ থকা নাই নে?
হে মনুষ্য-সন্তানবিলাক, তোমালোকে জানো
ন্যায় বিচার করা?
২ বরং তোমালোকে হৃদয়ত নানা দুষ্টতাহে সাধন
করিছা;
তোমালোকে পৃথিবীত আপোনাবিলাকর হাতর
উপদ্রব তুলেরে জুখি দিছা।
৩ দুষ্টবোর গর্ভরে পরা বিপথগামী,
সিহঁতে জন্মামাত্রে মিছা কথা কৈ অবাটে যায়।
৪ সিহঁতর বিষ সাপর বিষর নিচিনা;
যি কলা কালসর্পই আপোন কাণ বন্ধ করি,
৫ জাদুকরবিলাকর, নিপুণকৈ মন্ত্র গাওঁতা জনর
স্বর নুশুনে, সিহঁত সেই সর্পর নিচিনা।
৬ হে ঈশ্বর, সিহঁতর মুখত থকা দাঁত ভাঙ্গা;
হে যিহোৱা, ডেকা সিংহবোরর জামু দাঁত
ভাঙ্গি বাহির করা।
৭ বেগাই বৈ যোৱা পানীর দরে সিহঁত পমি নাই-
কিয়া হওক;
যেতিয়া সিহঁতে আপোনাবিলাকর কাঁড় পোনায়,
তেতিয়া সেই কাঁড়বোর আগ ছিগা যেন
হওক।
৮ সিহঁত পমি গৈ নাইকিয়া হোৱা শামুকজেলুকার
নিচিনা হওক,
সূর্য্য দেখিবলৈ নোপোৱা, তিরুতার অসময়ত
ওপজা সন্তানর নিচিনা হওক।
৯ তোমালোকর থালিবোরে কাঁইট খরির জুইর
তাপ নৌ পাওঁতেই,
তেওঁ জলাই নজলাই সেইবোরক বামারলি
বতাহেরে উড়াই নিব।

১০ ধাৰ্ম্মিক লোকে সেই প্ৰতিফল দেখি আনন্দ
  কৰিব ;
 সি দুষ্টৰ তেজত আপোনাৰ ভৰি ধুব।
১১ তাতে মানুহে কব, অৱশ্যে ধাৰ্ম্মিক জনে সুফল
  পায় ;
 বাস্তৱিক পৃথিৱীত বিচাৰ-সাধক ঈশ্বৰ আছে।

## ৫৯

প্ৰধান বাদ্যকৰৰ নিমিত্তে। অল্-তচ্‌হেৎ সুৰত গাব লগীয়া। মিক্‌টাম নামে দায়ুদৰ ৰচিত গীত। চৌলে লোক পঠোৱাত, সিহঁতে দায়ুদক বধ কৰিবৰ হলেৰে ঘৰৰ ওচৰত খাপ দি থকা সময়ৰ গীত।

---

১ হে মোৰ ঈশ্বৰ, মোৰ শত্ৰুবোৰৰ পৰা মোক
  উদ্ধাৰ কৰা ;
 মোৰ বিৰুদ্ধে উঠাবোৰৰ পৰা মোক ওখ ঠাইত
  থোৱা।
২ অধৰ্ম্মাচাৰীহঁতৰ পৰা মোক উদ্ধাৰ কৰা ;
 ৰক্তপাতী মানুহৰ পৰা মোক ত্ৰাণ কৰা।
৩ কিয়নো দেখা, সিহঁতে মোৰ প্ৰাণলৈ খাপ
  দি আছে ;
 হে যিহোৱা, বিনা অপৰাধে বিনাপাপে
 বলৱন্তবোৰে মোৰ বিৰুদ্ধে গোট খাইছে।
৪ সিহঁতে মোক বিনাদোষে আক্ৰমণ কৰিবলৈ,
  লৰি আহি যুগুত হৈছে ;
 তুমি মোৰ উপকাৰলৈ সাৰ পোৱা, আৰু মোলৈ
  দৃষ্টি কৰা।
৫ হে বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱা, হে ইস্ৰা-
  য়েলৰ ঈশ্বৰ,
 তুমিয়েই সকলো জাতিক প্ৰতিফল দিবলৈ
  উঠা ;
 কোনো অধৰ্ম্মী বিশ্বাস-ঘাতকক দয়া নকৰিবা।
  [চেলা।
৬ সিহঁতে গধূলি পৰত উভটি আহি কুকুৰৰ দৰে
  ৰাও কাঢ়ে,
 আৰু নগৰত ইফালে সিফালে ভ্ৰমণ কৰে।
৭ দেখা, সিহঁতে মুখেৰে কথা উগাৰে,
 সিহঁতৰ ওঁঠত তৰোৱাল আছে ;
 কিয়নো সিহঁতে কয়, কোনে শুনিবলৈ পায় ?
৮ কিন্তু, হে যিহোৱা, তুমি হলে সিহঁতক হাঁহিবা ;
 তুমি সকলো জাতিকে বিদ্ৰূপ কৰিবা।
৯ হে মোৰ বল,ময় তোমালৈ অপেক্ষা
  কৰিম ;
 কিয়নো ঈশ্বৰ মোৰ উচ্চ দুৰ্গস্বৰূপ।
১০ মোৰ দয়ালু ঈশ্বৰ মোৰ আগত উপস্থিত
  হব ;
 ঈশ্বৰে মোক মোৰ শত্ৰুবোৰৰ ওপৰত
 মোৰ বাঞ্ছা সিদ্ধ হোৱা দেখিবলৈ দিব।
১১ মোৰ লোকবিলাকে নেপাহৰিবৰ নিমিত্তে সিহঁ-
  তক বধ নকৰিবা ;
 হে আমাৰ ঢালস্বৰূপ প্ৰভো,
 তুমি আপোন শক্তিৰে সিহঁতক গোট গোট
  কৰি হীন অৱস্থালৈ আনা।
১২ সিহঁতৰ মুখৰ পাপ, আৰু সিহঁতৰ ওঁঠৰ বাক্যৰ
  নিমিত্তে,
 সিহঁতে শাও দিয়া আৰু মিছা কোৱাৰ
  নিমিত্তে,
 সিহঁত আপোন অহঙ্কাৰত ধৰা পৰোক।
১৩ তুমি ক্ৰোধত সিহঁতক সংহাৰ কৰা ;
 সিহঁত আৰু নেথাকিবৰ নিমিত্তে তুমি সিহঁতক
  সংহাৰ কৰা ;
 যাকোবৰ মাজত ঈশ্বৰে যে শাসন কৰে,
 পৃথিৱীৰ সীমালৈকে যে শাসন কৰে, তাক
  সিহঁতে জানোক। [চেলা।
১৪ আৰু সিহঁতে গধূলি পৰত উভটি আহি কুকুৰৰ
  দৰে ৰাও কাঢ়োক,
 আৰু নগৰত ইফালে সিফালে ভ্ৰমণ কৰোক।
১৫ সিহঁতে আহাৰৰ নিমিত্তে ইফালে সিফালে
  ফুৰিব ;
 যদি তৃপ্ত নহয়, তেনে হলে ৰাতি কটাব।
১৬ কিন্তু ময় হলে তোমাৰ পৰাক্ৰমৰ গান কৰিম,
 এনে কি, ৰাতিপুৱাতে উচ্চ স্বৰেৰে তোমাৰ
  দয়াৰ গান কৰিম ;
 কিয়নো তুমি মোৰ উচ্চ দুৰ্গস্বৰূপ হৈ
  আছিলা ;
 সঙ্কটৰ কালত তুমি মোৰ আশ্ৰয় হৈ
  আছিলা।
১৭ হে মোৰ বল, ময় তোমাৰ উদ্দেশে প্ৰশংসাৰ
  গান কৰিম ;
 কিয়নো ঈশ্বৰ মোৰ উচ্চ দুৰ্গ, তেওঁ মোৰ দয়ালু
  ঈশ্বৰ।

## ৬০

প্ৰধান বাদ্যকৰৰ নিমিত্তে। চূচন-এদুৎ সুৰত গাব লগীয়া। মিকটাম নামে দায়ূদৰ ৰচিত শিক্ষাৰ্থক গীত।
যি কালত অৰাম-নহৰয়িম আৰু অৰাম-চোবাৰ লগত তেওঁ যুদ্ধ কৰিছিল, আৰু যোৱাবে উভটি লৱণ উপত্যকাত ইদোমৰ বাৰ হাজাৰ লোকক বধ কৰিছিল, সেই সময়ৰ গীত।

---

১ হে ঈশ্বৰ, তুমি আমাক ত্যাগ কৰিলা, আমাক ভাঙিলা ;
তুমি ক্ৰুদ্ধ হলা ; আমাক পুনৰায় স্থাপন কৰা।
২ তুমি দেশখন কঁপালা, তুমি তাক বিদাৰিলা ;
তাৰ ভগাবোৰ ভাল কৰা, কিয়নো সেয়ে লৰিছে।
৩ তুমি আপোন প্ৰজাবিলাকক কষ্টত পেলালা ;
তুমি আমাক ঢলংপলং কৰাওঁতা দ্ৰাক্ষাৰস পান কৰালা ;
৪ যি ধ্বজাৰ গুৰিলৈ তোমালৈ ভয় ৰাখোঁতাবিলাকে ধনুৰ ভয়ত পলাব পাৰে,
এনে ধ্বজা তুমি সিবিলাকক দিলা, [চেলা।
৫ তাতে তোমাৰ প্ৰিয়বিলাকে উদ্ধাৰ পাব,
তুমি আপোন সোঁ হাতৰ দ্বাৰায় পৰিত্ৰাণ কৰা,
আৰু আমাক উত্তৰ দিয়া।

৬ ঈশ্বৰে আপোন পবিত্ৰতাৰে কলে, "মই উল্লাস কৰিম ;
মই চিখিম ভাগ বাঁটি দিম, আৰু চুক্কোতৰ উপত্যকা জুখি দিম।
৭ গিলিয়দ মোৰেই, আৰু মনচিও মোৰেই,
আৰু ইফ্ৰয়িম মোৰ শিৰোৰক্ষক ;
যিহূদা মোৰ বিচাৰ-দণ্ড ;
৮ মোৱাব মোৰ প্ৰক্ষালন-পাত্ৰ ;
মই ইদোমলৈ মোৰ জোতা পেলাই দিম ;
আৰু হে পলেষ্টিয়া, তুমি মোৰ কাৰণে উচ্চধ্বনি কৰা।"
৯ কোনে মোক সেই দৃঢ় নগৰৰ ভিতৰলৈ লৈ যাব ?
কোনে মোক ইদোমলৈ নিব ?
১০ হে ঈশ্বৰ, তুমি আমাক ত্যাগ কৰা নাই নে ?
হে ঈশ্বৰ, তুমি আমাৰ সৈন্যসমূহৰ লগত ওলাই নোযোৱা।
১১ শত্ৰুৰ বিৰুদ্ধে আমাক সহায় দিয়া ;
কিয়নো মানুহৰ সহায় বৃথা।
১২ ঈশ্বৰৰ দ্বাৰায়হে আমি বীৰ-কাৰ্য্য কৰিম ;
কিয়নো তেৱেঁই আমাৰ শত্ৰুবোৰক গচকিব।

## ৬১

প্ৰধান বাদ্যকৰৰ নিমিত্তে। তাঁৰযুক্ত যন্ত্ৰেৰে গাব লগীয়া। দায়ূদৰ ৰচিত গীত।

---

১ হে ঈশ্বৰ, মোৰ কাতৰোক্তি শুনা ;
মোৰ প্ৰাৰ্থনালৈ কাণ পাতা।
২ মোৰ মন দুঃখত মগ্ন হোৱা সময়ত,
মই পৃথিবীৰ অন্তৰ পৰা তোমাক মাতিম ;
মোতকৈ ওখ শিলটোলৈ মোক লৈ যোৱা।
৩ কিয়নো তুমি মোৰ আশ্ৰয় হৈ আছিলা,
শত্ৰুৰ পৰা ৰক্ষাকাৰী দৃঢ় দুৰ্গ হৈ আছিলা।
৪ মই সদাকাললৈকে তোমাৰ তাম্বুত বাস কৰিম ;
তোমাৰ ডেউকাৰ আঁৰত মই আশ্ৰয় লম।
[চেলা।
৫ কিয়নো হে ঈশ্বৰ, তুমিয়েই মোৰ সঙ্কল্পবোৰ শুনিলা।
তোমাৰ নামলৈ ভয় ৰাখোঁতাবিলাকৰ আধিপত্য মোক দিলা।
৬ তুমি ৰজাৰ আয়ুস দীঘল কৰিবা ;
তেওঁৰ বছৰ পুৰুষে পুৰুষে থাকিব।
৭ তেওঁ ঈশ্বৰৰ সাক্ষাতে সদাকাল বসতি কৰিব ;
তেওঁৰ ৰক্ষাৰ অৰ্থে, দয়া আৰু সত্যতা নিযুক্ত কৰা।
৮ তাতে, মই নিজৰ সঙ্কল্প সিদ্ধ কৰিবৰ নিমিত্তে,
সদাকাললৈকে তোমাৰ নামৰ প্ৰশংসাৰ গান কৰিম।

## ৬২

প্ৰধান বাদ্যকৰৰ নিমিত্তে। যিদূথূনৰ অৰ্থে। দায়ূদৰ ৰচিত গীত।

---

১ মোৰ প্ৰাণে কেৱল ঈশ্বৰলৈহে অপেক্ষা কৰে ;
তেওঁৰ পৰাই মোৰ পৰিত্ৰাণ হয়।
২ অকল তেৱেঁইহে মোৰ শিলা আৰু মোৰ পৰিত্ৰাণ ;
তেওঁ মোৰ উচ্চ দুৰ্গ, মই বৰকৈ লৰচৰ নহম।
৩ তোমালোকে নো কিমান কাললৈ একে জন মানুহক আক্ৰমণ কৰি থাকিবা ?

হলি থকা দেৱাল আৰু পড়োঁ পড়োঁ হোৱা বেৰৰ নিচিনাকৈ,
তোমালোক সকলোৱে তাকেই বিনষ্ট কৰিবা নে ?
⁴ সিহঁতে কেৱল তাক উচ্চ পদৰ পৰা পেলাব-লৈহে মন্ত্ৰণা কৰিছে ;
সিহঁতে মিছা কথাত সন্তোষ পায় ;
সিহঁতে মুখেৰে আশীৰ্ব্বাদ কৰে, কিন্তু পেটেৰে শাও দিয়ে। [চেলা।
⁵ হে মোৰ প্ৰাণ, কেৱল ঈশ্বৰলৈহে অপেক্ষা কৰা ;
কিয়নো তেওঁৰ পৰাই মোৰ আশা জন্মে।
⁶ অকল তেৱেঁইহে মোৰ শিলা আৰু মোৰ পৰিত্ৰাণ ;
তেওঁ মোৰ উচ্চ দুৰ্গ, ময় লৰচৰ নহম।
⁷ ঈশ্বৰতহে মোৰ পৰিত্ৰাণ আৰু মোৰ গৌৰব ;
মোৰ দৃঢ় শিলা আৰু আশ্ৰয় ঈশ্বৰতহে আছে।
⁸ হে লোকবিলাক, তোমালোকে সদায় তেওঁত নিৰ্ভৰ কৰা ;
তোমালোকৰ সমুদায় মনৰ কথা তেওঁত আগত ভাঙ্গি কোৱা ;
ঈশ্বৰেই আমাৰ আশ্ৰয়। [চেলা।

⁹ অৱশ্যে সামান্য লোক ভাপ মাথোন, আৰু মান্যৱন্ত লোকবিলাক অসাৰ ;
সিহঁত তৰ্জুত দাং খাব ;
ভাপতকৈয়ো সিহঁত একেবাৰে লঘু ;
¹⁰ তোমালোকে উপদ্ৰৱত নিৰ্ভৰ নকৰিবা,
আৰু অপহৰণত গৰ্ব্ব নকৰিবা ;
ধন-সম্পত্তি বাঢ়িলে তালৈ মন নিদিবা।
¹¹ ঈশ্বৰে এবাৰ কলে ;
ময় ইয়াক দুবাৰ শুনিলোঁ, যে,
পৰাক্ৰম ঈশ্বৰৰহে।
¹² আৰু হে প্ৰভো, দয়াও তোমাৰহে ;
কিয়নো তুমি প্ৰত্যেক মানুহক তাৰ আপোন কৰ্ম্মৰ দৰে প্ৰতিফল দি আছা।

## ৬৩ দায়ূদৰ ৰচিত গীত। যিহুদাৰ অৰণ্যত থকা কালৰ।

¹ হে ঈশ্বৰ, তুমি মোৰ ঈশ্বৰ ;
অতি যত্নেৰেহে ময় তোমাক বিচাৰিম ;
পানী নথকা শুকান আৰু খৰাং দেশত,
তোমালৈ হাবিয়াহ কৰোঁতে, মোৰ প্ৰাণ তৃষ্ণাতুৰ হৈছে, মোৰ শৰীৰ ক্ষীণাই গৈছে।
² এই দৰে, ময় তোমাৰ পৰাক্ৰম আৰু গৌৰব দেখিবলৈ,
পবিত্ৰস্থানত তোমাক চাইছিলোঁ।
³ কিয়নো তোমাৰ দয়া জীৱনতকৈয়ো উত্তম ;
মোৰ ওঁঠে তোমাৰ স্তুতি কৰিব।
⁴ এই ৰূপে, ময় জীয়াই থাকোঁমানে তোমাৰ ধন্যবাদ কৰিম,
তোমাৰ নামে হাত মেলিম।
⁵ যেতিয়া ময় শয্যাত তোমাক সোঁৱৰণ কৰোঁ,
আৰু ৰাতিৰ প্ৰহৰে প্ৰহৰে তোমাক ধ্যান কৰোঁ,
⁶ তেতিয়া মগজু আৰু তেলীয়া মাংসত তৃপ্ত হোৱাদি মোৰ প্ৰাণ তৃপ্ত হব,
আৰু মোৰ মুখে আনন্দিত ওঁঠেৰে তোমাৰ প্ৰশংসা কৰিব।
⁷ কিয়নো তুমি মোৰ সহায় হৈ আছিলা,
আৰু তোমাৰ ডেউকাৰ ছাঁত ময় আনন্দ কৰিম।
⁸ মোৰ প্ৰাণ তোমাৰ খোজে খোজে তোমাৰ পাছত গৈছে ;
তোমাৰ সোঁ হাতে মোক ধৰি ৰাখিছে।
⁹ কিন্তু যিবোৰে বিনাশৰ অৰ্থে মোৰ প্ৰাণ বিচাৰিছে,
সিহঁতে পৃথিবীৰ অধঃস্থানলৈ গমন কৰিব।
¹⁰ সিহঁত তৰোৱালৰ মুখত সমৰ্পিত হব ;
সিহঁত শিয়ালৰ আহাৰ হব।
¹¹ কিন্তু ৰজা জনে ঈশ্বৰত আনন্দ কৰিব ;
তেওঁৰ নামেৰে শপথ কৰা প্ৰতিজনে গৌৰব কৰিব,
কিয়নো মিছলীয়াবোৰৰ মুখ বন্ধ হব।

## ৬৪ প্ৰধান বাদ্যকৰৰ নিমিত্তে। দায়ূদৰ ৰচিত গীত।

¹ হে ঈশ্বৰ, মোৰ নিজ দুখৰ কথা কওঁতে মোৰ মাত শুনা।
শত্ৰুৰ ভয়ৰ পৰা মোৰ জীৱন ৰক্ষা কৰা।
² কুকৰ্ম্মীবোৰৰ গুপ্ত মন্ত্ৰণাৰ পৰা মোক লুকুৱাই ৰাখা,

দুরাচারীইতর কোলাহলর পরা মোক গুপুতে
রাখা।
[৩] সিহঁতে তরোৱাল ধরোৱাদি আপোন আপোন
জিবা ধরাইছে,
সিদ্ধ জনক গুপুতে মারিবলৈ সিহঁতে আপোন
আপোন হিংসা-বাক্যরূপ কাঁড় জুরিছে।
[৪] সিহঁতে তালৈ অকস্মাতে বাণ মারে, ভয় নকরে।
[৫] সিহঁতে কুমন্ত্রণাত আপোনাবিলাকক উৎসাহ
দিয়ে,
গুপুতে ফান্দ পতার বিষয়ে কথা পাতে;
সিহঁতে কয়, কোনে আমাক দেখিব?
[৬] সিহঁতে কু-আলচ পাতে,
সিহঁতে কয়, আমি ভালকৈ ভাবি-চিন্তি কল্পনা
ঠিক্ঠাক্ করি থৈছোঁ;
প্রত্যেকর আন্তরিক ভাব আরু হৃদয় গভীর।
[৭] কিন্তু ঈশ্বরে সিহঁতলৈ বাণ মারিব;
সিহঁত অকস্মাতে কাঁড়র দ্বারায় খুন হব।
[৮] সিহঁতর জিবা সিহঁতর বিরুদ্ধে হোৱাত,
সিহঁতক উজুটি খুউৱাই পেলোৱা হব;
যিবিলাকে সিহঁতক দেখিব, সিবিলাক সকলোৱে
মূর জোকারিব।
[৯] আরু সকলো মানুহে ভয় করিব;
সিবিলাকে ঈশ্বরর কর্ম্ম প্রকাশ করিব,
আরু তেওঁর কার্য্যর বিষয়ে জ্ঞানেরে বিবেচনা
করিব।
[১০] ধার্ম্মিক লোকে যিহোৱাত আনন্দিত হৈ তেওঁত
আশ্রয় লব,
আরু সরল মনর সকলোৱে গৌরব করিব।

## ৬৫

প্রধান বাদ্যকরর নিমিত্তে। দায়ূদর
রচিত গীত। সঙ্গীত।

[১] হে ঈশ্বর, চিয়োনত প্রশংসাই তোমালৈ অপেক্ষা
করি আছে;
তোমালৈ সঙ্কল্প সিদ্ধ করা হব।
[২] হে প্রার্থনা শুনোতা জনা,
তোমার ওচরলৈ সকলো মর্ত্ত্য আহিব।
[৩] অপরাধসমূহে মোক পরাজয় করে;
তথাপি আমার অধর্ম্মবোর হলে, তুমিয়েই
মোচন করিবা।
[৪] তোমার চোঁতাল কেইখনত বাস করিবর নিমিত্তে
যাক তুমি মনোনীত করি আনা, সেই জন
ধন্য;
আমি তোমার গৃহর, তোমার মন্দিরর পবিত্র-
স্থানর উত্তম দ্রব্যেরে তৃপ্ত হম।
[৬] শক্তিস্বরূপ টঙালিরে নিজকে বান্ধি
আপোন পরাক্রমেরে পর্ব্বতবোর স্থাপন
করোঁতা,
[৭] সমুদ্রবোর আরু সেইবোরর ঢৌর তর্জ্জন-গর্জ্জন
আরু লোকসমূহর কোলাহল শান্ত করোঁতা,
[৫] পৃথিবীর আটাই সীমার, আরু দূরৈত থকা
সাগরবাসীবিলাকর বিশ্বাস-ভূমি
হে আমার পরিত্রাণর ঈশ্বর, তুমি ধার্ম্মিকতার
ভয়ানক কার্য্যেরে আমাক উত্তর দিবা।
[৮] শেষ সীমাত থকাবিলাকেও তোমার অদ্ভুত
লক্ষণবোর দেখি ভয় করে;
তুমি উদয় আরু অস্তস্থান আনন্দময় করোঁতা।

[৯] তুমি পৃথিবীর বুজ-বিচার ললা, আরু তাত
জল বরষালা;
তুমি তাক বহু ফলবান করিলা;
ঈশ্বরর নদী জলেরে পরিপূর্ণ;
তুমি এই রূপে ভূমি যুগুত করি মানুহবিলাকলৈ
শস্য যোগাইছা।
[১০] তুমি তার সিরলুবোরত প্রচুর পরিমাণে পানী
দিলা।
তুমি তার সিরলুবোরর মাজর মাটিবোর বহালা;
তুমি জাক জাক বরষুণেরে তাক কোমল
করিলা;
তুমি তাত গজা সকলোকে আশীর্ব্বাদ করিলা।
[১১] তুমি আপোন মঙ্গলেরে বছরটো ভূষিত
করিলা;
আরু তোমার চক্র যোৱা বাটবোর পুষ্টিকর
দ্রব্যেরে উপচি পড়িছে।
[১২] অরণ্যর চরণী পথারবোর তারে উপচি
পড়িছে;
আরু পর্ব্বতবোরে আনন্দরূপ টঙালিরে কঁকাল
বান্ধিছে।
[১৩] চরণী পথারবোর মেরজাকরূপ বস্ত্রেরে বিভূষিত
হৈছে;
উপত্যকাবোর শস্যেরে ঢকা হৈছে;
সেইবোরে জয়ধ্বনি আরু গানো করিছে।

## ৬৬ প্ৰধান বাদ্যকৰৰ নিমিত্তে। গীত। সঙ্গীত।

১ হে গোটেই পৃথিবীৰ লোকবিলাক, তোমালোকে ঈশ্বৰৰ উদ্দেশে আনন্দ-ধ্বনি কৰা।
২ তোমালোকে তেওঁৰ নামৰ গৌৰৱ কীৰ্ত্তন কৰা, তেওঁৰ প্ৰশংসাক গৌৰৱান্বিত কৰা।
৩ তোমালোকে ঈশ্বৰক কোৱা, "তোমাৰ কাৰ্য্যবোৰ কেনে ভয়ানক!
তোমাৰ পৰাক্ৰমৰ মহত্ত্বত তোমাৰ শত্ৰুবোৰ তোমাৰ বশীভূত হব।
৪ গোটেই পৃথিবীৰ লোকে তোমাৰ আগত প্ৰণিপাত কৰিব,
আৰু তোমাৰ উদ্দেশে গান কৰিব;
সিবিলাকে তোমাৰ নাম কীৰ্ত্তন কৰিব।" [চেলা।
৫ আহাঁ, ঈশ্বৰৰ কাৰ্য্যবোৰ দেখাহি;
মনুষ্য-সন্তানবিলাকলৈ কৰা কাৰ্য্যত তেওঁ ভয়ানক।
৬ তেওঁ সমুদ্ৰক শুকান ভূমি কৰিলে;
লোকবিলাকে খোজ কাঢ়ি নদী পাৰ হৈ গল;
সেই ঠাইত আমি তেওঁত আনন্দ কৰিলোঁ।
৭ তেওঁ আপোন পৰাক্ৰমৰ দ্বাৰায় অনন্ত কাল ৰাজত্ব কৰে;
তেওঁ জাতিবিলাকলৈ চকু ৰাখে;
বিদ্ৰোহীবোৰে আপোনাবিলাকক উন্নত নকৰোক। [চেলা।
৮ যি জনাই আমাক জীয়াই ৰাখে,
যি জনাই আমাৰ ভৰি লৰচৰ হবলৈ নিদিয়ে,
৯ হে জাতিবিলাক, আমাৰ সেই ঈশ্বৰৰ ধন্যবাদ কৰা,
আৰু তেওঁৰ প্ৰশংসাৰ ধ্বনি শুনুউৱা;
১০ কিয়নো, হে ঈশ্বৰ, তুমি আমাক পৰীক্ষা কৰিলা,
ৰূপ খপাৰ দৰে আমাক খপিলা।
১১ তুমি আমাক জালত পেলাইছিলা;
তুমি আমাৰ কঁকালত অতি গধুৰ বোজা দিছিলা;
১২ তুমি আমাৰ মূৰৰ ওপৰেদি অশ্বাৰোহী গমন কৰাইছিলা,
আমি অগ্নি আৰু জলৰ মাজেদি গমন কৰিছিলোঁ;
কিন্তু তুমি আমাক ঐশ্বৰ্য্যশালী ঠাইলৈ উলিয়াই আনিলা।
১৩ মই হোম-বলিৰে তোমাৰ গৃহত সোমাম;
১৪ দুঃখৰ কালত মোৰ ওঁঠে উচ্চাৰণ কৰা,
আৰু মোৰ মুখে প্ৰকাশ কৰা
মোৰ সঙ্কল্পবোৰ মই তোমালৈ সিদ্ধ কৰিম।
১৫ মেৰ ছাগৰূপ ধূপেৰে সৈতে,
মই তোমাৰ উদ্দেশে হৃষ্টপুষ্ট হোম-বলি উৎসৰ্গ কৰিম,
ছাগে সৈতে ভতৰাকো বলিদান কৰিম। [চেলা।
১৬ হে ঈশ্বৰলৈ ভয় ৰাখোঁতাবিলাক, আহাঁ, শুনা;
তেওঁ মোৰ প্ৰাণৰ নিমিত্তে যি কৰিলে, মই তাক বৰ্ণনা কৰোঁ।
১৭ মই নিজ মুখেৰে তেওঁৰ আগত প্ৰাৰ্থনা কৰিলোঁ,
আৰু মোৰ জিবাৰ দ্বাৰায় তেওঁক গৌৰৱান্বিত কৰা হল।
১৮ যদি মই অন্তঃকৰণত অধৰ্ম্ম মানিলোঁহেঁতেন,
তেন্তে প্ৰভুৱে নুশুনিলেহেঁতেন;
১৯ কিন্তু স্বৰূপেই ঈশ্বৰে শুনিলে,
তেওঁ মোৰ প্ৰাৰ্থনাৰ স্বৰলৈ কাণ পাতিলে।
২০ ঈশ্বৰ ধন্য, তেওঁ মোৰ প্ৰাৰ্থনা অগ্ৰাহ্য নকৰিলে,
আৰু মোৰ পৰা নিজ দয়াও দূৰ নকৰিলে।

## ৬৭ প্ৰধান বাদ্যকৰৰ নিমিত্তে। তাঁৰযুক্ত যন্ত্ৰেৰে গাব লগীয়া। গীত। সঙ্গীত।

১ গোটেই পৃথিবীত যেন তোমাৰ পথ জনা হয়,
সকলো জাতিৰ মাজত যেন তোমাৰ পৰিত্ৰাণ প্ৰকাশিত হয়,
২ এই নিমিত্তে ঈশ্বৰে আমাক কৃপা কৰোক,
আশীৰ্ব্বাদ কৰোক,
আৰু আমাৰ অৰ্থে আপোন মুখ উজ্জ্বল কৰোক। [চেলা।
৩ হে ঈশ্বৰ, লোকবিলাকে তোমাৰ প্ৰশংসা কৰোক,
সমুদায় লোকে তোমাৰ প্ৰশংসা কৰোক।
৪ জাতিবিলাকে উল্লাসিত হৈ আনন্দ-গান কৰোক;
কিয়নো তুমি সমভাৱে লোকবিলাকৰ বিচাৰ কৰিবা,

আৰু পৃথিবীৰ জাতিবিলাকৰ পথদৰ্শক হবা। [চেলা।

[5] হে ঈশ্বৰ, লোকবিলাকে তোমাৰ প্ৰশংসা কৰোক,
সমুদায় লোকে তোমাৰ প্ৰশংসা কৰোক।

[6] পৃথিবীয়ে নিজ ফল উৎপন্ন কৰিলে ;
ঈশ্বৰে, আমাৰ নিজৰ ঈশ্বৰেই আমাক আশীৰ্ব্বাদ কৰিব।

[7] ঈশ্বৰে আমাক আশীৰ্ব্বাদ কৰিব,
আৰু পৃথিবীৰ সকলো সীমাই তেওঁলৈ ভয় ৰাখিব।

## ৬৮

প্ৰধান বাদ্যকৰৰ নিমিত্তে। দায়ূদৰ ৰচিত গীত। সঙ্গীত।

[1] ঈশ্বৰ উঠোক, তেওঁৰ শত্ৰুবোৰ গোট গোট হওক ;
তেওঁক ঘিণাওঁতাবোৰ তেওঁৰ আগৰ পৰা পলাওক।

[2] ধূঁৱা উড়ুৱাই নিয়াৰ দৰে তুমি সিহঁতকো উড়ুৱাই নিয়া ;
মম যেনেকৈ জুইৰ আগত গলি যায়,
তেনেকৈ দুষ্টবোৰ ঈশ্বৰৰ সম্মুখত বিনষ্ট হওক।

[3] কিন্তু ধাৰ্ম্মিকবিলাকে আনন্দ কৰোক, ঈশ্বৰৰ সাক্ষাতে উল্লাস কৰোক ;
এনে কি, সিবিলাকে আনন্দেৰে হৰ্ষ কৰোক।

[4] তোমালোকে ঈশ্বৰৰ উদ্দেশে গীত গোৱা,
তেওঁৰ নামৰ প্ৰশংসাৰ গান কৰা ;
অৰণ্যৰ মাজেদি বাহনত উঠি যাত্ৰা কৰোঁতা জনালৈ এটা ৰাজপথ যুগুত কৰা ;
তেওঁৰ নাম "যাঃ ;" তোমালোকে তেওঁৰ সম্মুখত উল্লাস কৰা।

[5] ঈশ্বৰ আপোন পবিত্ৰ নিবাসত পিতৃহীনৰ পিতৃ,
আৰু বিধবাবিলাকৰ বিচাৰকৰ্ত্তা।

[6] ঈশ্বৰে অকলসৰীয়াবিলাকক পৰিয়াল থকা কৰি বাস কৰায় ;
তেওঁ বন্দীয়াৰবিলাকক ভাল অৱস্থালৈ আনে ;
কিন্তু বিদ্ৰোহীহঁতে শুকান ভূমিত বাস কৰে।

[7] হে ঈশ্বৰ, তুমি যেতিয়া আপোন লোকসমূহৰ আগে আগে গৈছিলা,
অৰণ্যৰ মাজেদি যাত্ৰা কৰিছিলা, [চেলা।

[8] তেতিয়া পৃথিবী কঁপিছিল,
আৰু আকাশেও ঈশ্বৰৰ আগত বৃষ্টি বৰষাইছিল ;
ঈশ্বৰৰ, ইস্ৰায়েলৰ ঈশ্বৰৰ সাক্ষাতে সৌ চীনয় পৰ্ব্বত্‌টোও কম্পমান হৈছিল।

[9] হে ঈশ্বৰ, তোমাৰ আধিপত্য শ্ৰান্ত হলত,
তুমি তাক বহুলৰূপে বৰষুণ বৰষাই সুস্থিৰ কৰিলা।

[10] তোমাৰ লোক-সমাজে তাত বসতি কৰিলে ;
হে ঈশ্বৰ, তুমি আপোন উত্তম বস্তুৰ পৰা দৰিদ্ৰ লোকলৈ আহাৰ যোগাইছা।

[11] যিহোৱাই জয়ৰ বাক্য প্ৰকাশ কৰিছে ;
শুভবাৰ্ত্তা প্ৰচাৰ কৰোঁতা তিৰুতাবিলাক মহাবাহিনী।

[12] "বাহিনীবিলাকৰ ৰজাবিলাক পলাইছে, পলাইছে ;
ঘৰৰ গৃহিণীয়ে লুটদ্ৰব্য ভাগ বাঁটি দিছে।

[13] তোমালোক মেৰৰ গঁৰালবোৰৰ মাজত শুই থাকিবা নে ?
তোমালোক ৰূপৰ বালী ডেউকা,
আৰু সোণোৱালী পাখি থকা কপৌৰ নিচিনা হবা নে ?

[14] সৰ্ব্বশক্তিমান জনাই দেশত ৰজাবিলাকক ছিন্ন-ভিন্ন কৰা সময়ত
চল্‌মোনত হিম পড়া যেন হল।"

[15] বাচান পৰ্ব্বতেই ঈশ্বৰৰ পৰ্ব্বত ;
বাচান পৰ্ব্বত বহুটিঙীয়া পৰ্ব্বত।

[16] ঈশ্বৰে যি পৰ্ব্বতত বাস কৰিবলৈ ভাল পালে,
হে বহুটিঙীয়া পৰ্ব্বতবিলাক, তোমালোকে কিয় সেই পৰ্ব্বত্‌টোলৈ অসূয়াদৃষ্টি কৰিছা ?
নিশ্চয়ে যিহোৱাই তাত সদাকাললৈকে বাস কৰিব।

[17] ঈশ্বৰৰ ৰথ অযুত অযুত, লাখ লাখ ;
প্ৰভু যেনেকৈ চীনয় পবিত্ৰস্থানত আছিল,
তেনেকৈ সেইবোৰৰ মাজতো আছে।

[18] তুমি ওপৰলৈ উঠিলা, তুমি বন্দী কৰাবিলাকক বন্দী কৰি লৈ গলা ;
প্ৰভু যিহোৱাই মনুষ্যৰ লগত থাকিবৰ নিমিত্তে,
তুমি সিহঁতৰ পৰা উপহাৰ গ্ৰহণ কৰিলা,
এনে কি, তুমি বিদ্ৰোহীবোৰৰ পৰাও উপহাৰ গ্ৰহণ কৰিলা।

[১৯] দিনে দিনে আমার ভার বহন কৰোঁতা যিহোৱা ধন্য,
আমার পরিত্রাণ-সাধক ঈশ্বৰেই ধন্য। [চেলা।
[২০] ঈশ্বর আমার অর্থে পরিত্রাণ-সাধক ঈশ্বর;
মরণর মুক্তির উপায় প্রভু যিহোৱার পৰাই।
[২১] কিন্তু ঈশ্বৰে আপোন শত্রুবোরর মূর চূর্ণ করিব,
সদায় কুপথে চলোঁতা জনর দীঘল চুলি থকা মূরর লাউখোলা গুড়ি করিব।
[২২] প্রভুৱে কলে, তোমার ভরি যেন তেজত জুবুরিয়াব পারা,
তোমার কুকুরবোরর জিবাই যেন তোমার শত্রুবোরর তেজর ভাগ পাব পারে,
[২৩] এই নিমিত্তে ময় বাচানর পরা সিহঁতক পুনরায় আনিম,
ময় সমুদ্রর অগাধ জলর তলর পৰাও আনিম।
[২৪] হে ঈশ্বর, লোকবিলাকে তোমাক আড়ম্বৰেৰে যোৱা দেখিছে,
মোর ঈশ্বরক, মোর রজাক পবিত্রস্থানলৈ যোৱা দেখিছে।
[২৫] আগত গায়ন, পাছত বায়ন গৈছে,
খঞ্জরি বজাওঁতা জীয়ারীবিলাকর মাজত গৈছে।
[২৬] তোমালোকে সমাজবোরর মাজত ঈশ্বরর ধন্যবাদ করা;
হে ইস্রায়েল-ভুমুকর পরা ওলোৱা লোকবিলাক, প্রভুর ধন্যবাদ করা।
[২৭] সিবিলাকর শাসনকর্ত্তা সকলোত্কৈ সরু বিন্যামীন,
যিহুদার অধ্যক্ষবিলাক আরু সিবিলাকর মন্ত্রীবিলাক
জবূলূনর অধ্যক্ষবিলাক, আরু নপ্তালীর অধ্যক্ষবিলাক তাত আছে।

[২৮] তোমার ঈশ্বরে তোমার পরাক্রম নিরূপণ করিলে;
হে ঈশ্বর, তুমি আমার নিমিত্তে যি সাধন করিলা, তাক সবল করা।
[২৯] যিরূচালেমত তোমার মন্দির থকাত,
রজাবিলাকে তোমার উদ্দেশে উপহার আনিব।
[৩০] তুমি রূপর ডোখরবোর ভরিরে গচকি,
নলনির বনরীয়া জন্তুটোক, প্রজা-দামুরিয়ে সৈতে ভতরাদলক ধমকি দিয়া;
রণত সন্তোষ পোৱা লোকবিলাকক তেওঁ গোট গোট করিলে।
[৩১] মিচরর পরা প্রধান প্রধান লোকবিলাক আহিব;
কূচে শীঘ্রে ঈশ্বরলৈ হাত মেলিব।
[৩২] হে পৃথিবীর রাজ্যবিলাক, ঈশ্বরর উদ্দেশে গান করা,
প্রভুলৈ স্তুতিগান করা। [চেলা।
[৩৩] তোমালোকে অনাদি কালর স্বর্গর স্বর্গেদি রথত উঠি যাওঁতা জনার উদ্দেশে গান করা;
শুনা, তেওঁ আপোনার ধ্বনি, আপোনার মহাধ্বনি করিছে।
[৩৪] ঈশ্বরর পরাক্রমর প্রশংসা করা;
ইস্রায়েলর ওপরত তেওঁর মহিমা আছে;
তেওঁর পরাক্রম আকাশ-মণ্ডলত আছে।
[৩৫] হে ঈশ্বর, তুমি আপোন পবিত্রস্থানর পরা ভয় দেখুৱাওঁতা;
ইস্রায়েলর ঈশ্বরেই আপোন লোকক বল আরু অধিক পরাক্রম দান করে।
ঈশ্বর ধন্য হওক।

## ৬৯

প্রধান বাদ্যকরর নিমিত্তে। চোচন্নীম সুরত গাব লগীয়া। দায়ূদর রচিত গীত।

---

[১] হে ঈশ্বর, মোক পরিত্রাণ করা;
কিয়নো জলসমূহ মোর প্রাণলৈকে উঠিছে;
[২] ময় আথাউনি বোকাত তল গৈছোঁ, থিয় হবলৈ ঠাই নাই;
অগাধ জলত পড়িলোঁ, ঢল পানীয়ে মোক তল নিয়ালে।
[৩] ময় চিঁয়রি চিঁয়রি, ভাগরিলোঁ, মোর ডিঙি শুকাল;
মোর ঈশ্বরলৈ বাট চাই থাকোঁতে থাকোঁতে, মোর চকু দুর্ব্বল হল।
[৪] অকারণে মোক ঘিণাওঁতাবোর মোর মূরর চুলিত্কৈয়ো সরহ;
অন্যায়রূপে মোর শত্রু হৈ মোক নষ্ট করিব খোজাবোর পরাক্রমী;
তাতে যিহক ময় অপহরণ করা নাই, তাকে ময় ওভোটাই দিব লাগে।

৫ হে ঈশ্বৰ, তুমিয়েই মোৰ মূৰ্খতা জানি আছা,
আৰু মোৰ দোষবোৰ তোমাৰ আগত গুপ্ত
নেথাকে।
৬ হে বাহিনীবিলাকৰ প্ৰভু যিহোৱা, তোমালৈ
অপেক্ষা কৰোঁতাবিলাক মোৰ দ্বাৰায়
লাজ পোৱা নহওক;
হে ইস্ৰায়েলৰ ঈশ্বৰ, তোমাক বিচাৰোঁতাবিলাক
মোৰ দ্বাৰায় অপমানিত নহওক।
৭ কিয়নো তোমাৰ কাৰণেই ময় অপমান
ভুগিছোঁ;
লাজে মোৰ মুখ ঢাকিছে।
৮ ময় আপোন ভাইবিলাকৰ মাজত বিদেশী
হলোঁ,
আৰু মোৰ সহোদৰবিলাকৰ আগত ময় বিজা-
তীয় হলোঁ।
৯ কিয়নো তোমাৰ গৃহৰ নিমিত্তে হোৱা মোৰ
উৎসাহ-অগ্নিয়ে মোক গ্ৰাস কৰিলে;
আৰু তোমাক নিন্দা কৰোঁতাবোৰৰ নিন্দা
মোৰ ওপৰত পড়িল।
১০ যেতিয়া ময় কান্দি কান্দি লঘোনেৰে মোৰ
প্ৰাণক দুঃখ দিছিলোঁ,
তেতিয়া সেয়ে মোলৈ নিন্দাৰ কাৰণ হল।
১১ যেতিয়া ময় চট কাপৰ পিন্ধিছিলোঁ,
তেতিয়া ময় সিহঁতৰ দৃষ্টান্তস্বৰূপ হলোঁ।
১২ নগৰৰ দুৱাৰ-মুখত বহোঁতাবোৰে মোৰ বিষয়ে
কথা পাতে;
ময় মতলীয়াবোৰৰ গানৰ বিষয় হলোঁ।
১৩ কিন্তু হে যিহোৱা, ময় হলে গ্ৰাহ্য-সময়ত
তোমাৰ আগত প্ৰাৰ্থনা কৰিছোঁ;
হে ঈশ্বৰ, তোমাৰ অধিক দয়াৰ গুণে,
তোমাৰ পৰিত্ৰাণৰ সত্যতাত মোক উত্তৰ দিয়া।
১৪ বোকাৰ পৰা মোক উদ্ধাৰ কৰা, তল যাব
নিদিবা;
মোক ঘিণাওঁতাবোৰৰ পৰা, আৰু অগাধ জলৰ
পৰাও মোক মুক্ত হবলৈ দিয়া।
১৫ চল পানীয়ে মোক তল নিনিয়াওক,
অগাধ জলে মোক গ্ৰাস নকৰোক,
আৰু গাঁতে মোৰ ওপৰত আপোন মুখ নজ-
পাওক।
১৬ হে যিহোৱা, মোক উত্তৰ দিয়া, কিয়নো তোমাৰ
দয়া উত্তম;
তোমাৰ প্ৰচুৰ দয়া অনুসাৰে মোলৈ মুখ
ঘুৰুউৱা।
১৭ তোমাৰ দাসৰ পৰা তোমাৰ মুখ লুকুৱাবা,
কাৰণ ময় সঙ্কটত আছোঁ; শীঘ্ৰে মোক উত্তৰ
দিয়া।
১৮ তুমি মোৰ ওচৰ চাপি মোৰ প্ৰাণ মুক্ত কৰা;
মোৰ শক্ৰবোৰৰ কাৰণে মোক উদ্ধাৰ কৰা।
১৯ মোৰ অপযশ, লাজ, আৰু অপমান তুমিয়েই
জানি আছা;
মোৰ সকলো বৈৰী তোমাৰ আগতে আছে।
২০ নিন্দাত মোৰ মন ভগ্ন হল, ময় দুঃখেৰে পৰিপূৰ্ণ
হলোঁ;
কোনোবাই মোক কৃপা কৰিব বুলি ময় বাট
চালোঁ, কিন্তু কোনো নাছিল;
সান্ত্বনা কৰোঁতাবিলাকলৈ অপেক্ষা কৰিলোঁ,
কিন্তু কাকো নেপালোঁ।
২১ সিহঁতে মোক আহাৰৰ নিমিত্তে বিহ দিলে,
আৰু মোৰ পিয়াহত সিহঁতে মোক টেঙা ৰস
পান কৰালে।
২২ সিহঁতৰ আগত থকা সিহঁতৰ মেজ ফান্দস্বৰূপ
হওক,
আৰু সিহঁতৰ শান্তিৰ কালত সেয়ে সিহঁতলৈ
কুন্দাস্বৰূপ হওক।
২৩ সিহঁতে নেদেখিবৰ নিমিত্তে সিহঁতৰ চকু অন্ধ
হওক;
তুমি সিহঁতৰ ককাঁল সদায় কঁপি থকা কৰা।
২৪ সিহঁতৰ ওপৰত তোমাৰ ক্ৰোধ বৰষোৱা;
তোমাৰ প্ৰচণ্ড ক্ৰোধে সিহঁতক ধৰোক।
২৫ সিহঁতৰ বাসস্থান উচ্ছন্ন হওক;
সিহঁতৰ তাম্বুত কোনেও বাস নকৰোক।
২৬ কিয়নো তুমি প্ৰহাৰ কৰা জনকেই সিহঁতে
তাড়না কৰে,
আৰু তুমি খুন কৰাবিলাকৰ দুঃখৰ বিষয়ে
সিহঁতে কথা পাতে।
২৭ তুমি সিহঁতৰ অপৰাধৰ ওপৰত অপৰাধ যোগ
দিয়া;
সিহঁত তোমাৰ ধাৰ্ম্মিকতাৰ ভাগী নহওক।
২৮ জীৱিতবিলাকৰ তালিকাৰ পৰা সিহঁতৰ নাম
মচি পেলোৱা হওক,
আৰু ধাৰ্ম্মিকবিলাকৰ লগত সিহঁতৰ নাম লিখা
নেযাওক।

[29] কিন্তু মই হলে, দুঃখ আৰু বেদনা পাইছোঁ ;
হে ঈশ্বৰ, তোমাৰ পৰিত্ৰাণে মোক উন্নত কৰোক।
[30] মই এটী গানেৰে ঈশ্বৰৰ নামৰ প্ৰশংসা কৰিম,
ধন্যবাদেৰে তেওঁক গৌৰৱান্বিত কৰিম।
[31] গৰুতকৈ, নাইবা শিঙ্গ আৰু খুৰা থকা ভতৰাতকৈয়ো,
সেয়ে যিহোৱাক অধিক সন্তোষ দিব।
[32] নম্ৰবিলাকে তাকে দেখি আনন্দিত হব ;
হে ঈশ্বৰক বিচাৰোঁতাবিলাক, তোমালোকৰ হৃদয় পুনৰ্জ্জীবিত হওক।
[33] কিয়নো যিহোৱাই দৰিদ্ৰবিলাকলৈ কাণ পাতে,
আৰু তেওঁ আপোন বন্দীয়াৰবিলাকক হেয়জ্ঞান নকৰে।
[34] আকাশ আৰু পৃথিবীয়ে তেওঁৰ প্ৰশংসা কৰোক ;
সাগৰ আৰু তাৰ মাজত চৰি ফুৰা সমুদায় প্ৰাণীয়ে তেওঁৰ স্তুতি কৰোক।
[35] কিয়নো ঈশ্বৰে চিয়োনক পৰিত্ৰাণ কৰিব,
আৰু যিহুদাৰ নগৰবোৰ পুনৰায় নিৰ্ম্মাণ কৰিব ;
লোকবিলাকে তাত বাস কৰি তাক ভোগ কৰিব।
[36] তেওঁৰ দাসবিলাকৰ বংশয়ো তাক ভোগ কৰিব ;
তেওঁৰ নাম প্ৰেম কৰোঁতাবিলাকে তাত বাস কৰিব।

## ৭০ প্ৰধান বাদ্যকৰৰ নিমিত্তে। দায়ূদৰ ৰচিত স্মৰণাৰ্থক গীত।

---

[1] হে ঈশ্বৰ, মোক উদ্ধাৰ কৰিবলৈ খৰ কৰা ;
হে যিহোৱা, মোৰ সহায় কৰিবলৈ খৰ কৰা।
[2] মোৰ প্ৰাণ বিচাৰোঁতাবোৰ বঞ্চিত হৈ বিবৰ্ণ হওক ;
যিবোৰ লোক মোৰ বিপদত সন্তুষ্ট হয়,
সিহঁতে বিমুখ হৈ অপমান পাওক।
[3] যিবোৰে মোক আহা আহা বোলে,
সিহঁতে লাজ পাই উলটি যাওক।
[4] তোমাক বিচাৰোঁতাবিলাক তোমাত আনন্দিত আৰু উল্লাসিত হওক ;
তোমাৰ পৰিত্ৰাণক প্ৰীতি কৰোঁতাবিলাকে যিহোৱা মহিমান্বিত হওক বুলি সদায় কওক।
[5] কিন্তু মই হলে দুঃখী আৰু দৰিদ্ৰ ;
হে ঈশ্বৰ, মোৰ ওচৰলৈ শীঘ্ৰে আহাঁ।
তুমি মোৰ সহায় আৰু মোৰ ত্ৰাণকৰ্ত্তা ;
হে যিহোৱা, পলম নকৰিবা।

## ৭১ হে যিহোৱা, মই তোমাত্হে আশ্ৰয় লৈছোঁ ;

মোক কেতিয়াও বঞ্চিত হবলৈ নিদিবা।
[2] তোমাৰ ধাৰ্ম্মিকতাৰ গুণেৰে মোক ত্ৰাণ কৰা, মোক ৰক্ষা কৰা ;
মোলৈ কাণ পাতা আৰু মোক উদ্ধাৰ কৰা।
[3] যি শিলালৈ মই নিতৌ যাব পাৰোঁ,
মোৰ অৰ্থে তুমি এনে বসতিৰ শিলা হোৱা,
তুমি মোক পৰিত্ৰাণ কৰিবলৈ আজ্ঞা দিলা,
কিয়নো তুমি মোৰ শিলা আৰু মোৰ কোঁঠ।
[4] হে মোৰ ঈশ্বৰ, দুষ্টৰ হাতৰ পৰা মোক উদ্ধাৰ কৰা,
অধৰ্ম্মী আৰু নিষ্ঠুৰ জনৰ হাতৰ পৰা মোক মুক্ত কৰা।
[5] কিয়নো, হে প্ৰভু যিহোৱা, তুমি মোৰ আশা ;
সৰু কালৰে পৰা তুমি মোৰ বিশ্বাস-ভূমি।
[6] গৰ্ভৰে পৰা মই তোমাতেই নিৰ্ভৰ কৰিছোঁ ;
মোক মাতৃৰ গৰ্ভৰ পৰা উলিওৱা জনা তুমিয়েই ;
মই নিতৌ তোমাৰেই প্ৰশংসা কৰিম।
[7] মই অনেকৰ দৃষ্টিত আশ্চৰিতৰ বিষয় যেন হৈছোঁ ;
কিন্তু তুমি মোৰ দৃঢ় আশ্ৰয়।
[8] মোৰ মুখ তোমাৰ প্ৰশংসাৰেই পৰিপূৰ্ণ হব,
আৰু ওৰেদিনটো তোমাৰ গৌৰৱেৰে ভৰি থাকিব।
[9] বৃদ্ধ কালত মোক ত্যাগ নকৰিবা,
মই বলহীন হোৱা কালত মোক নেৰিবা ;
[10] কিয়নো মোৰ শত্ৰুবোৰে মোৰ বিষয়ে কথা পাতে,
মোৰ প্ৰাণলৈ খাপ দিওঁতাবোৰে একেলগে আলচ কৰি কয়,
[11] ঈশ্বৰে তাক পৰিত্যাগ কৰিলে ;

যেনি গৈ তাক ধৰা, কিয়নো তাৰ উদ্ধাৰকৰ্ত্তা
কোনো নাই।
[১২] হে ঈশ্বৰ, মোৰ পৰা আঁতৰ নহবা ;
হে মোৰ ঈশ্বৰ, মোক সহায় কৰিবলৈ শীঘ্রে
আহাঁ।
[১৩] মোৰ প্ৰাণৰ বৈৰীবোৰ বঞ্চিত হৈ উচ্ছন্ন
হওক ;
মোৰ অনিষ্টলৈ চেষ্টা কৰোঁতাবোৰক নিন্দা
আৰু অপমানেৰে ঢকা হওক।
[১৪] কিন্তু মই হলে, সদায় আশা কৰি থাকিম,
তোমাৰ প্ৰশংসা আৰু অধিক্কৈ কৰিম।
[১৫] মই নিজ মুখে তোমাৰ ধাৰ্ম্মিকতা বৰ্ণনা কৰিম,
ওৰেদিন্টো তোমাৰ পৰিত্ৰাণৰ কথা প্ৰকাশ
কৰিম ;
কিয়নো মই তাৰ সংখ্যা নেজানো।
[১৬] মই উপস্থিত হৈ প্ৰভু যিহোৱাৰ মহৎ কাৰ্য্য-
বোৰ কীৰ্ত্তন কৰিম ;
মই তোমাৰ ধাৰ্ম্মিকতা, অকল তোমাৰেই
ধাৰ্ম্মিকতা উল্লেখ কৰিম।
[১৭] হে ঈশ্বৰ, তুমি মোক লৰা কালৰে পৰা শিক্ষা
দি আহিছা,
আৰু এতিয়ালৈকে মই তোমাৰ আশ্চৰিত
কাৰ্য্যবোৰ প্ৰকাশ কৰি আহিছোঁ।
[১৮] মই ভাবি-বংশৰ আগত তোমাৰ বাহুবল,
আৰু পাছত জন্মিব লগা প্ৰতিজনৰ আগত
তোমাৰ পৰাক্ৰম প্ৰকাশ নকৰোঁমানে,
হে ঈশ্বৰ, মোৰ এই বুঢ়া আৰু চুলি পকা
কালতেই মোক পৰিত্যাগ নকৰিবা।
[১৯] হে ঈশ্বৰ, তোমাৰ ধাৰ্ম্মিকতা গগণস্পৰ্শী ;
হে ঈশ্বৰ, মহৎ কাৰ্য্য কৰোঁতা যি তুমি,
তোমাৰ তুল্য কোন ?
[২০] আমাক অনেক বিষম সঙ্কটত পেলোৱা যি
তুমি,
তুমি আমাক পুনৰায় জীউৱাবা ;
পৃথিবীৰ অধঃস্থানৰ পৰা আমাক তুলি
আনিবা।
[২১] তুমি মোৰ মহিমা বৃদ্ধি কৰা,
আৰু ঘূৰি মোক সান্ত্বনা দিয়া।
[২২] মই নেবল যন্ত্ৰেৰেও তোমাৰ প্ৰশংসা কৰিম,
হে মোৰ ঈশ্বৰ, তোমাৰ সত্যতাৰ স্তুতি
কৰিম ;
হে ইস্রায়েলৰ পবিত্ৰ জনা,
মই বীণাৰে তোমাৰ উদ্দেশে প্ৰশংসাৰ গান
কৰিম।
[২৩] মই তোমাৰ উদ্দেশে প্ৰশংসাৰ গান কৰোঁতে,
মোৰ ওঁঠে অতিশয় আনন্দ কৰিব ;
তুমি মুক্ত কৰা মোৰ প্ৰাণ আনন্দিত হব।
[২৪] মোৰ জিবায়ো ওৰেদিন্টো তোমাৰ ধাৰ্ম্মিকতা
বৰ্ণাব ;
কিয়নো মোৰ অনিষ্টলৈ চেষ্টা কৰোঁতাবোৰ
লাজ পাই বিবৰ্ণ হল।

## ৭২　চলোমনৰ ৰচিত গীত।

---

[১] হে ঈশ্বৰ, ৰজাক তোমাৰ শাসন-প্ৰণালীবোৰ
দান কৰা,
আৰু ৰাজকোঁৱৰক তোমাৰ ধাৰ্ম্মিকতা প্ৰদান
কৰা।
[২] তেওঁ ধাৰ্ম্মিকতাৰে তোমাৰ প্ৰজাবিলাকৰ
সোধ কৰিব,
আৰু ন্যায়েৰে তোমাৰ দুঃখীবিলাকৰ বিচাৰ
কৰিব।
[৩] গিৰি আৰু পৰ্ব্বতবোৰ ধাৰ্ম্মিকতাৰে
প্ৰজাবিলাকৰ নিমিত্তে শান্তিৰূপ ফলেৰে
ফলৱান হব।
[৪] তেওঁ দুঃখী প্ৰজাবিলাকৰ বিচাৰ কৰিব,
তেওঁ দৰিদ্ৰৰ সন্তানবিলাকক ত্ৰাণ কৰিব ;
কিন্তু উপদ্ৰৱকাৰীক গুড়ি কৰিব।
[৫] সূৰ্য্য চন্দ্ৰ থাকেমানে,
পুৰুষানুক্ৰমে সিবিলাকে তোমালৈ ভয় কৰিব।
[৬] কটা ঘাঁহৰ মূঢ়াত দিয়া বৃষ্টিৰ নিচিনাকৈ,
পৃথিবী তিজোৱা জাক জাক বৰষুণৰ নিচি-
নাকৈ,
তেওঁ নামি অহাৰ ফল দৰ্শিব।
[৭] তেওঁৰ কালত ধাৰ্ম্মিক জন জক্‌মকাব ;
চন্দ্ৰ থাকেমানে প্ৰচুৰ শান্তি থাকিব।
[৮] তেওঁ এক সমুদ্ৰৰ পৰা আন সমুদ্ৰলৈকে ৰাজ-
শাসন কৰিব,
আৰু নদীৰ পৰা পৃথিবীৰ সীমালৈকে ৰাজত্ব
কৰিব।
[৯] অৰণ্য-নিবাসীবিলাকে তেওঁৰ আগত আঁঠু
পাৰিব,

আৰু তেওঁৰ শত্ৰুবোৰে ধূলি চেলেকিব।
[১০] তৰ্চীচ আৰু দ্বীপবোৰৰ ৰজাবিলাকে উপহাৰ আনিব ;
চিবা আৰু চবাৰ ৰজাবিলাকে দৰ্শনীয় দিব ;
[১১] এনে কি, সকলো ৰজাই তেওঁৰ আগত প্ৰণি-পাত কৰিব ;
সমুদায় জাতিবিলাকে তেওঁৰ সেবা কৰিব।
[১২] কিয়নো, দুঃখীয়াই কাতৰোক্তি কৰিলে তেওঁ তাক উদ্ধাৰ কৰিব ;
আৰু সহায়হীন দুঃখিত জনক তেওঁ ত্ৰাণ কৰিব।
[১৩] তেওঁ দুঃখী-দৰিদ্ৰক কৃপা কৰিব ;
তেওঁ দৰিদ্ৰবিলাকৰ প্ৰাণ ৰক্ষা কৰিব।
[১৪] অত্যাচাৰ আৰু উপদ্ৰৱৰ পৰা তেওঁ সিবিলা-কৰ প্ৰাণ মুক্ত কৰিব ;
তেওঁৰ দৃষ্টিত সিবিলাকৰ তেজ বহুমূল্য হব।
[১৫] সিবিলাক জীয়াই থাকিব, আৰু তেওঁক চিবাৰ সোণ দান কৰা যাব ;
লোকবিলাকে নিতৌ তেওঁৰ নিমিত্তে প্ৰাৰ্থনা কৰিব,
ওৰেদিন্‌টো তেওঁৰ ধন্যবাদ কৰিব।
[১৬] পৃথিবীত পৰ্ব্বতবোৰৰ টিঙত প্ৰচুৰ শস্য হব ;
সেই শস্যৰ ফল লিবানোনৰ জাৰণিৰ নিচি-নাকৈ লৰিব ;
আৰু নগৰ-নিবাসীবিলাক পৃথিবীৰ তৃণৰ দৰে জকমকাব।
[১৭] তেওঁৰ নাম চিৰস্থায়ী হব ;
সূৰ্য্য থাকেমানে তেওঁৰ নাম থাকিব ;
মানুহবিলাকে তেওঁত আশীৰ্ব্বাদ পাব ;
সকলো জাতিয়ে তেওঁক ধন্য ধন্য বুলিব।

---

[১৮] ঈশ্বৰ যিহোৱা, ইস্ৰায়েলৰ ঈশ্বৰ ধন্য হওক ;
অকল তেৱেঁই আশ্চৰিত কৰ্ম্ম কৰোঁতা।
[১৯] তেওঁৰ গৌৰৱান নাম অনন্ত কাললৈকে ধন্য হওক,
আৰু সমুদায় পৃথিবী তেওঁৰ গৌৰৱেৰে পৰি-পূৰ্ণ হওক।
আমেন, আৰু আমেন।

---

[২০] যিচয়ৰ পুত্ৰ দায়ূদৰ প্ৰাৰ্থনাবোৰ সমাপ্ত।

---

## তৃতীয় খণ্ড।

---

## ৭৩

আচফৰ ৰচিত গীত।

[১] অৱশ্যে ঈশ্বৰ ইস্ৰায়েললৈ মঙ্গলজনক ;
তেওঁ শুদ্ধ-চিত্তীয়াবিলাকলৈ শুভ কৰোঁতা।
[২] কিন্তু মোৰ ভৰি হলে প্ৰায় লৰিছিল ;
মোৰ খোজ প্ৰায়ে পিচলি গৈছিল।
[৩] কিয়নো, ময় যেতিয়া দুষ্টবোৰৰ মঙ্গল দেখি-ছিলোঁ,
তেতিয়া অহঙ্কাৰী লোকলৈ মোৰ অসূয়া জন্মি-ছিল।
[৪] কাৰণ সিহঁতে মৃত্যু-যন্ত্ৰণা নেপায় ;
কিন্তু সিহঁত সবল হৈ থাকে।
[৫] সিহঁতে আন মানুহৰ দৰে দুঃখ নেপায়,
আৰু অন্যৰ নিচিনাকৈ সিহঁত প্ৰহাৰিতো নহয়।
[৬] এই হেতুকে অহঙ্কাৰ সিহঁতৰ গলৰ হাৰস্বৰূপ ;
অত্যাচাৰ সিহঁতৰ আবৰণ-বস্ত্ৰস্বৰূপ।
[৭] সিহঁতৰ গাত তেল বেচী হোৱাত সিহঁতৰ চকু ওপৰতে ওলাই থাকে ;
সিহঁতৰ মনৰ কল্পনা উপচি পড়া।
[৮] সিহঁতে ইতিকিং কৰে আৰু দুষ্টতাৰে উপদ্ৰৱৰ কথা পাতে ;
সিহঁতে গৰ্ব্ব-কথা কয়।
[৯] সিহঁতৰ মুখে স্বৰ্গ ঢুকি পায়,
আৰু সিহঁতৰ জিবাই পৃথিবী ভ্ৰমণ কৰে।
[১০] এই হেতুকে সিহঁতৰ লোকসমূহ সেই ফালে ঘূৰে,

আৰু ভৰি থকা পান-পাত্ৰৰ জল তেনেই পান
কৰে।
[১১] আৰু সিহঁতে কয়, "ঈশ্বৰে কি জানে?
সৰ্ব্বোপৰি জনৰ জানো জ্ঞান আছে?"
[১২] দেখা, ইহঁত দুষ্ট;
ইহঁতে সদায় নিৰ্ব্বিঘ্নে থাকি, অধিক সম্পত্তি
বঢ়ায়।
[১৩] বাস্তৱিক ময় বৃথাই অন্তঃকৰণ পৰিষ্কাৰ
কৰিলোঁ,
আৰু হাত ধুই নিজ নিৰ্দ্দোষতা প্ৰকাশ
কৰিলোঁ;
[১৪] কিয়নো ময় ওৰে দিনটো প্ৰহাৰিত হলোঁ।
প্ৰতিৰাতিপুৱা শাস্তি পালোঁ।
[১৫] সেই দৰে.কম বুলি যদি ময় ভাবিলোঁহেঁতেন,
তেন্তে দেখা, তোমাৰ সন্তানবিলাকৰ বংশলৈ
বিশ্বাস-ঘাতক হলোঁহেঁতেন।
[১৬] যেতিয়া ময় ইয়াক কেনেকৈ বুজিম বুলি চিন্তা
কৰিছিলোঁ,
[১৭] তেতিয়া, ময় ঈশ্বৰৰ পবিত্ৰস্থানত নোসোমোৱা-
লৈকে,
আৰু সিহঁতৰ শেষগতি বিবেচনা নকৰালৈকে,
মোৰ পক্ষে এইটো অত্যন্ত কষ্টদায়ক হৈছিল।
[১৮] স্বৰূপেই তুমি সিহঁতক পিচল ঠাইত থৈছা;
তুমি সিহঁতক বিনাশলৈ পেলাই দিছা।
[১৯] সিহঁত নিমিষতে কেনে উচ্ছন্ন হয়!
সিহঁত নানা ভয়ানক আপদত একেবাৰে বিনষ্ট
হয়।
[২০] কোনো মানুহে সাৰ পাই সপোন তুচ্ছজ্ঞান
কৰা নিচিনাকৈ,
হে প্ৰভো, তুমি জাগি উঠা কালত,
সিহঁতৰ ছাঁস্বৰূপ আড়ম্বৰক তুচ্ছজ্ঞান কৰিবা;
[২১] যেতিয়া ময় মনতে দুঃখ পাইছিলোঁ,
আৰু মোৰ অন্তৰত বিষাদ লাগিছিল,
[২২] তেতিয়া ময় মূৰ্খ আৰু অজ্ঞান আছিলোঁ,
তোমাৰ সাক্ষাতে ঠিক পশুৰ নিচিনা
হৈছিলোঁ।
[২৩] তথাপি ময় সদায় তোমাৰ লগতে আছোঁ;
তুমি মোৰ সোঁ হাত ধৰি ৰাখিলা।
[২৪] তুমি নিজ মন্ত্ৰণাৰে মোক পথ দেখুৱাবা,
আৰু পাছেকৈ মোক গৌৰৱেৰে গ্ৰহণ
কৰিবা।
[২৫] তোমাত বাজে স্বৰ্গত আৰু মোৰ কোন
আছে?
যাত ময় সন্তোষ পাওঁ, তোমাৰ বাহিৰে পৃথি-
বীত মোৰ কোনো নাই।
[২৬] মোৰ শৰীৰ আৰু চিত্ত নষ্ট পাইছে;
কিন্তু ঈশ্বৰ সদাকাললৈকে মোৰ মনৰ শক্তি,
আৰু মোৰ অধিকাৰৰ ভাগ।
[২৭] কিয়নো দেখা, তোমাৰ পৰা দূৰৈত থকাবোৰ
নষ্ট হব;
তোমাক এৰি ব্যভিচাৰী হোৱা সকলোকে
তুমি উচ্ছন্ন কৰিলা।
[২৮] কিন্তু মোৰ পক্ষে হলে, ঈশ্বৰৰ ওচৰ চপাই
মঙ্গল;
তোমাৰ সকলো কাৰ্য্য বৰ্ণনা কৰিবৰ নিমিত্তে
ময় প্ৰভু যিহোৱাক মোৰ আশ্ৰয়স্থান
কৰিলোঁ।

## ৭৪

মস্কীল নামে আচফৰ ৰচিত গীত।

---

[১] হে ঈশ্বৰ, তুমি কিয় আমাক সদাকাললৈকে
ত্যাগ কৰিলা?
তোমাৰ চৰণী পথাৰৰ মেৰ-জাকৰ বিৰুদ্ধে
তোমাৰ ক্ৰোধাগ্নি কিয় ধোঁৱাইছে?
[২] তুমি পূৰ্ব্বে কিনা মণ্ডলীক,
তোমাৰ অধিকাৰৰ ফৈদ হবলৈ তুমি মুক্ত কৰা
মণ্ডলীক,
আৰু তুমি নিবাস কৰা চিয়োন পৰ্ব্বতক
সোঁৱৰণ কৰা।
[৩] তুমি চিৰকাললৈ ধ্বংস হোৱা ঠাইলৈ শীঘ্ৰে
আহাঁ;
শত্ৰুৱে ধৰ্ম্মধামত সকলোকে নষ্ট কৰিলে।
[৪] তোমাৰ বৈৰীবোৰে তোমাৰ সভাস্থানৰ মাজত
গৰ্জ্জন কৰিছে;
চিনৰ নিমিত্তে সিহঁতে নিজৰ ধ্বজা তুলিলে।
[৫] সিহঁত, জাৰণিৰ গছবোৰৰ অহিতে
কুঠাৰ তোলা মানুহৰ নিচিনা যেন বোধ হল।
[৬] আৰু এতিয়া, নকচা কটা আটাই কাঠবোৰ
সিহঁতে কুঠাৰ আৰু হাঁতুৰীৰে একেবাৰে ভাঙি
পেলাইছে।
[৭] সিহঁতে তোমাৰ ধৰ্ম্মধামত জুই লগালে;

সিহঁতে তোমার নামর নিবাসক মাটিত পেলাই
অপবিত্র করিলে।
[৮] সিহঁতে আপোন আপোন মনতে কলে,
"আমি সিহঁতক একেবারে সংহার
করোঁহঁক ;"
সিহঁতে দেশর মাজত ঈশ্বরর সকলো সমাজগৃহ
পুড়ি ভস্ম করিলে।
[৯] আমার ধ্বজা হলে আমি নেদেখোঁ ;
কোনো ভাববাদী আরু নাই ;
আরু কিমান কাললৈকে এই রূপ হৈ থাকিব,
তাক জানোতাও আমার ইয়াত কোনো
নাই।
[১০] হে ঈশ্বর, শত্রুৱে নো আরু কিমান কাললৈ
নিন্দা করিব ?
বৈরীয়ে সদাকাললৈকে তোমার নাম হেয়জ্ঞান
করিব নে ?
[১১] তুমি আপোন হাত, তোমার সোঁ হাতকে কিয়
কোঁচাইছা ?
তুমি আপোন হিয়ার পরা তাক উলিওৱা,
সিহঁতক নষ্ট করা।

[১২] তথাপি ঈশ্বর পূর্ব্বকালরে পরা মোর রজা ;
তেওঁ পৃথিবীর মাজত পরিত্রাণ-সাধক।
[১৩] তুমিয়েই আপোন শক্তিরে সমুদ্রক দুভাগ
করিছিলা :
তুমিয়েই জলসমূহত নাগবোরর মূর ভাঙ্গি-
ছিলা।
[১৪] তুমিয়েই লিবিয়াথন জন্তুর মূর কেইটা গুড়ি
করিছিলা ;
তুমিয়েই তাক অরণ্য-নিবাসীবিলাকর আহারর
নিমিত্তে দিছিলা।
[১৫] তুমিয়েই শিল ফালি ভুমুক আরু জুরী
বোৱাইছিলা ;
তুমিয়েই সদায় বৈ থকা নদীকো শুকুৱাই-
ছিলা।
[১৬] দিন তোমারেই, রাতিও তোমারেই ;
তুমিয়েই চন্দ্র আরু সূর্য্যক স্থিতি করিলা।
[১৭] তুমিয়েই পৃথিবীর সকলো সীমা নিরূপণ
করিলা ;
তুমিয়েই ঘাম আরু জারকাল করিলা।
[১৮] হে যিহোৱা, শত্রুৱে যে নিন্দা করিছে,
অজ্ঞান জাতিয়ে যে তোমার নাম তুচ্ছ
করিছে, তাক সোঁৱরা।
[১৯] তোমার কপৌর প্রাণ বনরীয়া জন্তুক নিদিবা ;
তোমার দুঃখীবিলাকর প্রাণ সদাকাললৈকে
নেপাহরিবা।
[২০] নিয়মটীলৈ দৃষ্টি করা ;
কিয়নো পৃথিবীর অন্ধকারময় ঠাইবোর অত্যা-
চারীর বসতিরে পরিপূর্ণ।
[২১] উপদ্রব পোৱাবিলাক বঞ্চিত হৈ উভটি
নেযাওক ;
দুঃখী-দরিদ্রই তোমার নামর প্রশংসা করোক।
[২২] হে ঈশ্বর, উঠা, তোমার নিজর অভিযোগ
প্রতিবাদ করা ;
অজ্ঞানে যে ওরেদিন্‌টো তোমাক নিন্দা
করিছে, তাক সোঁৱরা।
[২৩] তোমার শত্রুবোরর মাত নেপাহরিবা :
তোমার অহিতে উঠাবোরর কোঢ়াল নিতৌ
উঠিছে।

## ৭৫

প্রধান বাদ্যকরর নিমিত্তে। অল্ তচহেৎ
সুরত গাব লগীয়া। আচফর রচিত
গীত। সঙ্গীত।

---

[১] হে ঈশ্বর, আমি তোমার ধন্যবাদ করোঁ ;
আমি তোমার ধন্যবাদ করোঁ, কিয়নো তোমার
নাম ওচরতে ;
লোকে তোমার অদ্ভুত কার্য্যবোর বর্ণনা করে।
[২] "নিরূপিত সময় উপস্থিত হলে,
ময় নিজেই ন্যায়েরে বিচার করিম।
[৩] যদিও পৃথিবী আরু তার নিবাসীবিলাক দ্রব
হৈ গৈছে,
তথাপি ময়েই তার স্তম্ভবোর স্থাপন করিলোঁ।
[চেলা।
[৪] ময় অহঙ্কারীবোরক কলোঁ, তহঁতে অহঙ্কারেরে
কার্য্য নকরিবি ;
দুষ্টবোরক কলোঁ, তহঁতে শিঙ্গ নেদাঙিবি।
[৫] তহঁতে শিঙ্গ ওখকৈ নুতুলিবি ;
তহঁতে ঠর ডিঙিরে কথা নকবি।"
[৬] কিয়নো পূব, পশ্চিম, কি দক্ষিণর পরা উন্নতি-
লাভ নহয়।
[৭] কিন্তু ঈশ্বরেই বিচারকর্ত্তা ;

তেওঁ কোনোক নমায়, কোনোক তোলে।
[৮] কিয়নো যিহোবার হাতত এক পান-পাত্র আছে ; দ্রাক্ষারস ফেনাইছে ;
সেয়ে মিশ্রিত দ্রব্যেরে পরিপূর্ণ ; আরু তেওঁ তারেই কিছু ঢালি দিছে ;
পৃথিবীর আটাই দুষ্টবোরে অবশ্যে তার গেদ-বোরো চেপি খাব।
[৯] কিন্তুময় হলে, সদাকাললৈকে প্রচার করিম, যাকোবর ঈশ্বরর উদ্দেশে স্তুতিগান করিম।
[১০] ময় দুষ্ট লোকর আটাই শিঙ্গ কাটি পেলাম ;
কিন্তু ধার্ম্মিক লোকবিলাকর শিঙ্গ উন্নত হব।

## ৭৬

প্রধান বাদ্যকরর নিমিত্তে। তাঁরযুক্ত যন্ত্রেরে গাব লগীয়া। আচফর রচিত গীত। সঙ্গীত।

---

[১] ঈশ্বর যিহূদার মাজত পরিচিত ;
ইস্রায়েলর মাজত তেওঁর নাম মহান।
[২] চালেমত তেওঁর তাম্বু,
চিয়োনত তেওঁর বসতিস্থান।
[৩] সৌ তাত তেওঁ ধনুর কাঁড় ভাঙ্গিলে,
ঢাল তরোবাল আদি যুদ্ধর সঁজুলি ভাঙ্গিলে।
[চেলা।
[৪] তুমি মৃগয়ার পর্ব্বতবোরর পরা উলটি তেজস্বী আরু গৌরবান্বিত হৈছা।
[৫] দুঃসাহীয়ালবোরক লুট করা হল, সিহঁত নিদ্রাত মগ্ন হল ;
পরাক্রমীবিলাকর কোনো এজনেও আপোন আপোন হাত ব্যবহারর উপযুক্ত নেপালে।
[৬] হে যাকোবর ঈশ্বর, তোমার ধমকিত,
রথ আরু ঘোঁরা উভয় মহানিদ্রা গল।
[৭] তুমি, তুমিয়েই ভয়ানক ;
তোমার ক্রোধ উঠিলে কোনে তোমার আগত থিয় হব পারে ?
[৮] তুমি স্বর্গর পরা দণ্ডাজ্ঞা শুনালা ;
[৯] ঈশ্বরে পৃথিবীর নম্রবিলাকক উদ্ধার করিবলৈ যেতিয়া বিচারর অর্থে উঠিল,
তেতিয়া পৃথিবীয়ে ভয় পাই মনে মনে আছিল।　　[চেলা।
[১০] অবশ্যে মনুষ্যর ক্রোধে তোমার প্রশংসা করিব ;
অবশিষ্ট ক্রোধেরে তুমি আপোন কঁকাল বান্ধিবা।
[১১] তোমালোকে আপোনাবিলাকর ঈশ্বর যিহোবালৈ সঙ্কল্প করা, আরু তাক সিদ্ধও করা ;
তেওঁর চারিওফালে থকা সকলোরে সেই ভয়ানক জনার উদ্দেশে উপহার আনোক।
[১২] তেওঁ অধিপতিবিলাকর সাহ নাইকিয়া করিব ;
পৃথিবীর রজাবিলাকলৈ তেওঁ ভয়ঙ্কর।

## ৭৭

প্রধান বাদ্যকরর নিমিত্তে। যিদূথূনর অর্থে। আচফর রচিত গীত।

---

[১] "ময় উচ্চ স্বরেরে ঈশ্বরর আগত কাতরোক্তি করোঁ ;
ময় উচ্চ স্বরেরে কাতরোক্তি করোঁ, তাতে তেওঁ মোলৈ কাণ পাতিব।"
[২] সঙ্কটর কালত ময় এই রূপে প্রভুক বিচারিলোঁ ;
রাতিও অবিশ্রান্তে মোর হাত মেলা হৈ আছিল ;
মোর প্রাণে সান্ত্বনা পাবলৈ ইচ্ছা নকরিলে।
[৩] ময় ঈশ্বরক সোঁবরণ করিব খুজি হুমুনিয়াহ পেলালোঁ ;
চিন্তা করোঁতে করোঁতে মোর মন দুঃখত মগ্ন হল।　　[চেলা।
[৪] তুমি মোর চকু মুকলি করি রাখিলা ;
ময় ব্যাকুল হৈ কথা কব নোবারিলোঁ।
[৫] "মোর রাতিকালর গানলৈ ময় সোঁবরণ করোঁ,
ময় হৃদয়েরে সৈতে আলাপ করোঁ,"
[৬] এই বুলি ময় পূর্ব্বকালর দিন আরু আগর কালর বছরবোরলৈ বিবেচনা করিলোঁ।
আরু ময় মোর মনতে সূক্ষ্ম বিচার করি কলোঁ,
[৭] "প্রভুৱে সদাকাললৈকে ত্যাগ করিব নে ?
তেওঁ আরু কেতিয়াও অনুগ্রহ নকরিব নে ?
[৮] তেওঁর দয়া সদাকাললৈকে সম্পূর্ণকৈ লুপ্ত হল নে ?
পুরুষানুক্রমে তেওঁর প্রতিজ্ঞা নিষ্ফল হব নে ?
[৯] ঈশ্বরে কৃপা করিবলৈ পাহরিলে নে ?

তেওঁ ক্রোধত আপোন কৃপা বন্ধ করিলে নে?"
[চেলা।

১০ তাতে মই কলোঁ, এয়ে মোর ব্যাধি;
কিন্তু সর্ব্বোপরি জনার সোঁ হাতর বছর
কেইটা মই সোঁৱরণ করিম।

১১ মই যিহোৱার কার্য্যবোর উল্লেখ করিম;
কিয়নো মই তোমার পূর্ব্বকালর আশ্চরিত
কর্ম্মবোর সোঁৱরণ করিম।

১২ মই তোমার সকলো কার্য্য ধ্যান করিম,
আরু তোমার ক্রিয়াবোর আলোচনা করিম।

১৩ হে ঈশ্বর, তোমার পথ পবিত্র;
ঈশ্বরর তুল্য কোন মহান ঈশ্বর আছে?

১৪ তুমিয়েই আশ্চরিত কর্ম্ম কৰোঁতা ঈশ্বর;
তুমি জাতিবিলাকর মাজত আপোন পরাক্রম
জনালা।

১৫ তুমি বাহুবলেরে আপোন প্রজাবিলাকক মুক্ত
করিলা,
যাকোবর আরু যোচেফর সন্তানবিলাকক মুক্ত
করিলা। [চেলা।

১৬ হে ঈশ্বর, জলসমূহে তোমাক দেখিলে;
জলসমূহে তোমাক দেখি ত্রাস পালে;
অগাধ জল কম্পিত হল।

১৭ মেঘবোরে জল বরষালে;
আকাশর মেঘবোরে গর্জ্জন করিলে;
তোমার বাণবোরো ইফালে সিফালে চলি-
ছিল;

১৮ বামারলি বতাহত তোমার বজ্রধ্বনি হল;
বিজুলীর চমকে জগতখনক প্রকাশ করিলে;
পৃথিবী জোকার খাই কঁপিল।

১৯ সমুদ্রর মাজত তোমার পথ আছিল;
মহাজলরাশির মাজত তোমার বাট আছিল;
তোমার ভরির খোজ চিনা নগল।

২০ তুমি মোচি আরু হারোণর হতুৱাই,
তোমার নিজ প্রজাবিলাকক মেরর জাকর দরে
চলাই নিলা।

## ৭৮ মচ্‌কীল নামে আচফর রচিত গীত।

১ হে মোর লোকবিলাক, তোমালোকে মোর
শিক্ষালৈ কাণ দিয়া;
মোর মুখর বাক্যলৈ কাণ পাতা।

২ মই দৃষ্টান্তেরে আপোন মুখ মেলিম;
মই পূর্ব্বকালর নিগূঢ় কথাবোর প্রকাশ
করিম।

৩ যিহোৱার প্রশংসা, তেওঁর শক্তি, আরু তেওঁ
করা আশ্চরিত কার্য্যবোর
আমি ভাবি-বংশর আগত বর্ণনা কৰোঁতে,

৪ যি যি শুনিলোঁ, জানিলোঁ, আরু আমার
পিতৃবিলাকে আমাক যি যি কৈ গল,
সেইবোর আমি সিবিলাকর সন্তানবিলাকর
পরা লুকুৱাই নেরাখিম।

৫ কিয়নো তেওঁ যাকোবর মাজত সাক্ষ্যস্বরূপ
এক বিধি স্থাপন করিলে,
ইস্রায়েলর মাজত এক ব্যবস্থা পাতিলে।

৬ ভাবি-বংশই, পাছত জন্মিব লগীয়া সন্তান-
বিলাকেই যেন সেইবোর জানিব
পারে,
আরু উঠি আপোন আপোন সন্তানবিলাকর
আগত সেইবোর যেন বর্ণনা করে,

৭ সিবিলাকে যেন ঈশ্বরত ভারসা করি
তেওঁর কার্য্যবোর নেপাহরে,
কিন্তু তেওঁর আজ্ঞাবোর পালন করে,
আপোন পিতৃবিলাকর নিচিনা অবাধ্য আরু
বিদ্রোহী বংশ,

৮ ঈশ্বরলৈ মন থির নকরা,
আরু প্রাণেরে ঈশ্বরত বিশ্বাস নকরা বংশ যেন
নহয়,
এই নিমিত্তে তেওঁ আমার পিতৃবিলাকক
আপোন আপোন সন্তানবিলাকর আগত সেই
বিধি আরু ব্যবস্থা জনাবলৈ আজ্ঞা
করিলে।

৯ ইফ্রয়িমর সন্তানবিলাক রণলৈ সাজু আরু
ধনুর্দ্ধর হৈ,
যুদ্ধর দিনা বিমুখ হল।

১০ সিবিলাকে ঈশ্বরর নিয়মটো পালন নকরিলে,
আরু তেওঁর ব্যবস্থাত চলিব খুখুজিলে।

১১ সিবিলাকে তেওঁর কার্য্যবোর পাহরিলে,
সিবিলাকর আগত দেখুউৱা তেওঁর আশ্চরিত
কর্ম্মবোর সিবিলাকর মনত নেথাকিল।

১২ তেওঁ সিবিলাকর পিতৃবিলাকর সাক্ষাতে,
মিচর দেশত চোৱনর পথারত অদ্ভুত কর্ম্ম
করিলে।

[13] তেওঁ সমুদ্রক দুভাগ করি সিবিলাকক পার করি নিলে ;
তেওঁ জলসমূহক দ'মর দরে থিয় করিলে।
[14] তেওঁ দিনত মেঘর দ্বারায় সিবিলাকক বাট দেখুৱালে,
আরু ওরেরাতি অগ্নির দীপ্তিরে পথ দেখুৱালে।
[15] তেওঁ অরণ্যর মাজত শিলবোর ফালি,
অগাধ জলর পরা পান করোৱাদি প্রচুর পরিমাণে সিবিলাকক পান করালে।
[16] তেওঁ শিলটোর পরা জলর সোঁত উলিয়ালে,
আরু নদীর নিচিনাকৈ পানী বোৱালে।
[17] তথাপি সিবিলাকে তেওঁর বিরুদ্ধে পাপ করিয়েই থাকিল,
শুকান ভূমিত সর্ব্বোপরি জনার অহিতে বিদ্রোহ আচরিয়েই থাকিল।
[18] সিবিলাকে আপোনাবিলাকর অভিলাষ পূর করিবর নিমিত্তে,
আহার খোজার দ্বারায় আপোন আপোন মনতে ঈশ্বরক পরীক্ষা করিলে।
[19] এনে কি, ঈশ্বরর বিরুদ্ধে সিবিলাকে কলে, বোলে,
"ঈশ্বরে জানো অরণ্যর মাজত মেজ সজাব পারে ?
[20] দেখা, তেওঁ শিল প্রহার করিলত, পানী ওলাল
আরু জুরীবোর বাঢ়ি বাগরি গল ;
তেওঁ আহারো দিব পারে নে ?
আরু আপোন প্রজাবিলাকক মাংস যোগাব পারে নে ?"
[21] এই হেতুকে যিহোৱাই শুনি ক্রোধ করিলে ;
যাকোবর অহিতে অগ্নি জ্বলি উঠিল ;
ইস্রায়েলর বিরুদ্ধে কোপ জন্মিল।
[22] কিয়নো সিবিলাকে ঈশ্বরত বিশ্বাস নকরিলে,
আরু তেওঁর পরিত্রাণত নির্ভর নকরিলে।
[23] তথাপি তেওঁ ওপরত থকা মেঘবোরক আজ্ঞা দিলে,
আকাশর দুৱারবোর মুকলি করিলে ;
[24] আরু খাবর নিমিত্তে সিবিলাকর ওপরত মান্না বরষালে,
সিবিলাকক স্বর্গর শস্য দিলে।
[25] মনুষ্যই স্বর্গীয় দূতর আহার ভোজন করিলে ;
তেওঁ সিবিলাকলৈ তৃপ্তি পলোৱাকৈ মাংস পঠাই দিলে।
[26] তেওঁ আকাশত পূবর বায়ু বলোৱালে,
নিজ পরাক্রমেরে দক্ষিণর বায়ু চলালে।
[27] তেওঁ সিবিলাকর ওপরত ধূলির নিচিনাকৈ মাংস বরষালে,
সাগরর বালির দরে পাখি লগা চরাই বরষালে ;
[28] তেওঁ সেইবোরক সিবিলাকর ছাউনির মাজত পেলালে,
সিবিলাকর নিবাসসমূহর চারিওফালে পেলালে।
[29] তাতে সিবিলাকে খাই পরিতৃপ্ত হল ;
তেওঁ সিবিলাকর হেপাহ পলুৱালে।
[30] সিবিলাকর হেপাহ নপলাওঁতেই,
সিবিলাকর আহার সিবিলাকর মুখত থাকোঁতেই,
[31] সিবিলাকর বিরুদ্ধে ঈশ্বরর ক্রোধ জ্বলি উঠিল,
আরু তেওঁ সিবিলাকর মাজর কেতবিলাক হৃষ্টপুষ্ট লোকক সংহার করিলে,
আরু ইস্রায়েলর ডেকাবিলাকক মারি পেলালে।
[32] ইমানতো সিবিলাকে পাপ করিয়েই থাকিল,
আরু তেওঁর আশ্চরিত কর্ম্মত বিশ্বাস নকরিলে।
[33] এই হেতুকে তেওঁ সিবিলাকর দিন ভাপর দরে উড়ুৱালে,
আরু সিবিলাকর বছর কেইটা ত্রাসত অন্ত করিলে।
[34] তেওঁ সিবিলাকর কেতবিলাকক বধ করিলত,
সিবিলাকে তেওঁলৈ মন পালটালে ;
সিবিলাকে ঘূরি যত্নেরে তেওঁক বিচারিলে ;
[35] ঈশ্বর যে সিবিলাকর শিলা,
আরু সর্ব্বোপরি ঈশ্বরেই যে সিবিলাকর মুক্তিদাতা, ইয়াকে সিবিলাকে সুঁৱরিলে।
[36] কিন্তু সিবিলাকে মুখেরে তেওঁর ভালরি বোলালে,
আরু জিবারে তেওঁর আগত মিছা কথা কলে,
[37] কিয়নো তেওঁলৈ সিবিলাকর মন থির নাছিল,
আরু সিবিলাক তেওঁর নিয়মটীত বিশ্বাসী নাছিল।

৩৮ কিন্তু তেওঁ দয়ালু হোৱাত অপরাধ ক্ষমা করে,
সংহার নকরে,
এনে কি, তেওঁ অনেকবার আপোনার ক্রোধ সামরে,
আরু আপোনার সমস্ত ক্রোধ নোতোলে।
৩৯ সিবিলাক মর্ত্ত্য মাথোন বুলি তেওঁ সুঁৱরিলে ;
আরু ওলাই গৈ আকৌ ঘূরি নহা প্রশ্বাস যেন বুলি মনত করিলে।
৪০ অরণ্যর মাজত সিবিলাকে কিমান্‌বার তেওঁর বিরুদ্ধে আচরণ করিলে !
আরু মরুভূমিত তেওঁক কিমান্‌বার বেজার দিলে !
৪১ এনে কি, সিবিলাকে বারে বারে ঈশ্বরক পরীক্ষা করিলে,
আরু ইস্রায়েলর পবিত্র জনাক অসন্তুষ্ট করিলে।
৪২ সিবিলাকে তেওঁর হাত সোঁৱরণ নকরিলে ;
আরু যি দিনা তেওঁ সিবিলাকক শত্রুর পরা মুক্ত করিলে,
৪৩ যি দিনা তেওঁ মিচরত আপোনার নানা চিন,
আরু চোৱনর পথারত আপোনার অদ্ভুত লক্ষণবোর দেখুৱালে,
৪৪ আরু যি দিনা মিচরীয়াইঁতে পানী খাব নোৱরাকৈ,
সিহঁতর সুঁতী আরু নৈর পানী তেওঁ তেজত পরিণত করিলে,
সিবিলাকে সেই দিন সোঁৱরণ নকরিলে।
৪৫ তেওঁ সিহঁতর মাজলৈ জাকে জাকে দাঁহ পঠালে, সেইবোরে সিহঁতক খালে ;
বেংবোর পঠালে, সেইবোরে সিহঁতক নষ্ট করিলে।
৪৬ তেওঁ সিহঁতর উৎপন্ন শস্য তামুলি ফরিঙক দিলে,
সিহঁতর শ্রমর ফল কাকতি ফরিঙক দিলে।
৪৭ তেওঁ শিলাবৃষ্টির দ্বারায় সিহঁতর দ্রাক্ষালতা নষ্ট করিলে,
আরু বৃষ্টির বড় বড় শিলেরে তেওঁ সিহঁতর ডিমরু গছবোর মারিলে।
৪৮ তেওঁ সিহঁতর পশুবোর শিলাবৃষ্টিত এরি দিলে,
আরু সিহঁতর জাকবোর বজ্রাঘাতত সোধাই দিলে।
৪৯ তেওঁ অনিষ্টকারী দূতর দলস্বরূপে
সিহঁতর ওপরলৈ প্রচণ্ড ক্রোধ, কোপ, রাগ, আরু সঙ্কট পঠালে।
৫০ তেওঁ আপোনার ক্রোধলৈ বাট যুগুত করিলে ;
তেওঁ সিহঁতর প্রাণ মৃত্যুর পরা নেরাখিলে,
কিন্তু সিহঁতর জীৱন মহামারীর হাতত সমর্পণ করি দিলে।
৫১ তেওঁ মিচরত সকলো জ্যেষ্ঠ পুত্রক সংহার করিলে,
হামর তাম্বুত সিহঁতর শক্তির আগ ফলক সংহার করিলে ;
৫২ কিন্তু তেওঁ আপোনার প্রজাবিলাকক মেরর নিচিনাকৈ উলিয়াই নিলে,
জাকর দরে সিবিলাকক অরণ্যত চলালে।
৫৩ সিবিলাকে ভয় নকরাকৈ তেওঁ সিবিলাকক নিরাপদে চলালে,
কিন্তু সিবিলাকর শত্রুবোরক হলে সমুদ্রই ঢাকিলে।
৫৪ আরু তেওঁ সিবিলাকক আপোনার পবিত্র সীমালৈ আনিলে,
তেওঁর সোঁ হাতে কিনা এই পর্ব্বতীয়া দেশলৈ আনিলে।
৫৫ তেওঁ সিবিলাকর সম্মুখর পরা জাতিবোরক দূর করিলে,
পরিমাণ-জরীরে সিবিলাকর আধিপত্য ভাগ বাঁটি দিলে,
আরু ইস্রায়েলর ফৈদবিলাকক নিজ নিজ তাম্বুত বাস করালে।
৫৬ তথাপি সিবিলাকে সর্ব্বোপরি ঈশ্বরক পরীক্ষা করি বিদ্রোহ-আচরণ করিলে,
আরু তেওঁর সাক্ষ্যবোর পালন নকরিলে ;
৫৭ কিন্তু সিবিলাকে বিমুখ হৈ পিতৃবিলাকর নিচিনাকৈ বিশ্বাস-ঘাতকতা করিলে,
প্রবঞ্চক ধনুর কাঁড়র দরে এফলীয়া হৈ গল।
৫৮ সিবিলাকে আপোনাবিলাকর ওখ ঠাইবোরর দ্বারায় তেওঁক বেজার লগালে,
আরু সিবিলাকর প্রতিমারে তেওঁর অন্তর্জ্বালা জন্মালে।
৫৯ ঈশ্বরে তাকে শুনি ক্রোধ করিলে,

আৰু ইস্ৰায়েলক অতিশয় ঘিণ কৰিলে।
৬০ এই হেতুকে তেওঁ চীলোৰ নিবাস ত্যাগ কৰিলে,
মনুষ্যৰ মাজত তেওঁ তৰা তাম্বু পৰিত্যাগ কৰিলে।
৬১ তেওঁ আপোনাৰ বল বন্দী-অৱস্থাত,
আৰু তেওঁ আপোনাৰ শোভা শত্ৰুৰ হাতত সোধাই দিলে।
৬২ তেওঁ আপোন প্ৰজাবিলাকক তৰোৱালৰ হাতত সমৰ্পণ কৰিলে,
আৰু আপোন আধিপত্যলৈ ক্ৰোধ কৰিলে।
৬৩ সিবিলাকৰ ডেকাবিলাকক অগ্নিয়ে দগ্ধ কৰিলে ;
সিবিলাকৰ কন্যাবিলাকৰ বিষয়ে বিবাহৰ গীত গোৱা নহল।
৬৪ সিবিলাকৰ পুৰোহিতবিলাক তৰোৱালৰ দ্বাৰায় মৰা পৰিল,
আৰু সিবিলাকৰ বিধবাবিলাকে বিলাপ নকৰিলে।
৬৫ তেতিয়া প্ৰভু টোপনিৰ পৰা সাৰ পোৱা মানুহৰ দৰে হল,
আৰু দ্ৰাক্ষাৰস খাই জয়ধ্বনি কৰা বীৰৰ নিচিনা হল।
৬৬ তেওঁ আপোনাৰ শত্ৰুবোৰৰ পিঠিত প্ৰহাৰ কৰিলে ;
তেওঁ সিহঁতক চিৰকলীয়া অপমানত পেলালে।
৬৭ এনে কি, তেওঁ যোচেফৰ তাম্বু অগ্ৰাহ্য কৰিলে,
ইফ্ৰয়িমৰ ফৈদক মনোনীত নকৰিলে ;
৬৮ কিন্তু তেওঁ যিহুদাৰ ফৈদক মনোনীত কৰিলে,
তেওঁ আপোনাৰ প্ৰিয় চিয়োন পৰ্ব্বতক মনোনীত কৰিলে।
৬৯ তেওঁ আপোন পবিত্ৰ ধৰ্ম্মধাম ওখ পৰ্ব্বতৰ নিচিনাকৈ,
আৰু অনন্ত কাললৈকে স্থাপন কৰা পৃথিবীৰ নিচিনাকৈ নিৰ্ম্মাণ কৰিলে।
৭০ তেওঁ আপোন দাস দায়ূদক মনোনীত কৰিলে,
মেৰৰ গঁৱালৰ পৰা তেওঁক গ্ৰহণ কৰিলে।
৭১ আপোন প্ৰজা যাকোবক, আপোন আধিপত্য ইস্ৰায়েলক চৰাবলৈ,
তেওঁ পোৱাতী মেৰৰ পাছৰ পৰা তেওঁক আনিলে।
৭২ তাতে তেওঁ আপোন মনৰ যথাৰ্থতাৰ দৰে সিবিলাকক চৰালে,
আৰু আপোন নিপুণ হাতৰ দ্বাৰায় সিবিলাকক চলালে।

## ৭৯

আচফৰ ৰচিত গীত।

১ হে ঈশ্বৰ, জাতিবোৰ তোমাৰ আধিপত্যত সোমাল ;
সিহঁতে তোমাৰ পবিত্ৰ মন্দিৰ অশুচি কৰিলে ;
সিহঁতে যিৰূচালেমক ভগ্ন-ৰাশি কৰিলে।
২ সিহঁতে তোমাৰ দাসবিলাকৰ মৰা শব আকাশৰ পক্ষীবোৰৰ আহাৰৰ নিমিত্তে দিলে ;
সিহঁতে তোমাৰ সাধুবিলাকৰ মাংস বনৰীয়া জন্তুক দিলে।
৩ সিহঁতে যিৰূচালেমৰ চাৰিওফালে পানীৰ দৰে সিবিলাকৰ তেজ ঢালিলে ;
সিবিলাকক মৈদাম দিবলৈ কোনো নাছিল।
৪ আমাৰ চুবুৰীয়াবোৰৰ আগত আমি অপমানৰ বিষয় হৈছোঁ ;
চাৰিওফালৰ লোকবিলাকৰ আগত আমি হাঁহিয়াতৰ আৰু বিদ্ৰূপৰ বিষয় হৈছোঁ।
৫ হে যিহোৱা, তুমি কিমান কাললৈ সদায় ক্ৰোধ কৰি থাকিবা ?
তোমাৰ অন্তৰ্জ্বালা অগ্নিৰ দৰে জ্বলি থাকিব নে ?
৬ তোমাক নজনা জাতিবোৰৰ ওপৰত তোমাৰ ক্ৰোধ ঢালি দিয়া,
তোমাৰ নামেৰে প্ৰাৰ্থনা নকৰা ৰাজ্যবোৰৰ ওপৰত তোমাৰ ক্ৰোধ বাকি দিয়া।
৭ কিয়নো সিহঁতে যাকোবক গ্ৰাস কৰিলে,
আৰু তেওঁৰ বাসস্থান উচ্ছন্ন কৰিলে।
৮ আমাৰ পূৰ্ব্বপুৰুষবিলাকৰ অপৰাধবোৰ আমাৰ অহিতে সোঁৱৰণ নকৰিবা ;
তোমাৰ নানা দয়া শীঘ্ৰে আমাৰ ওচৰলৈ আহোক,
কিয়নো আমি অতিশয় হীন-অৱস্থাত পৰিছোঁ।
৯ হে আমাৰ পৰিত্ৰাণৰ ঈশ্বৰ, তোমাৰ নামৰ গৌৰৱৰ নিমিত্তে আমাক সহায় কৰা ;

আমাক উদ্ধার কৰা, আৰু আপোন নামৰ
অৰ্থে আমাৰ পাপবোৰ মোচন কৰা।
১০ সিহঁতৰ ঈশ্বৰ ক'ত? এই বুলি জাতিবোৰে
কিয় কব?
তোমাৰ দাসবিলাকৰ ৰক্তপাতৰ প্ৰতিকাৰ
আমাৰ দৃষ্টিত জাতিবোৰৰ ওপৰত সধা হওক।
১১ বন্দীয়াৰৰ হুমুনিয়াহ তোমাৰ আগলৈ
আহোক;
তুমি আপোন বাহুৰ মহত্ত্ব অনুসাৰে, মৃত্যুলৈ
নিৰূপিত হোৱাবিলাকক ৰক্ষা কৰা।
১২ হে প্ৰভো, আমাৰ ওচৰ-চুবুৰীয়াবোৰে তোমাক
যি অপমান কৰিছে,
তাৰ সাত গুণ প্ৰতিফল সিহঁতৰ বুকুত দিয়া।
১৩ তাতে তোমাৰ প্ৰজা আৰু চৰণী পথাৰৰ মেৰ
যি আমি,
আমি অনন্ত কাললৈকে তোমাৰ ধন্যবাদ
কৰিম,
আৰু পুৰুষানুক্ৰমে তোমাৰ প্ৰশংসা প্ৰচাৰ
কৰিম।

**৮০** প্ৰধান বাদ্যকৰৰ নিমিত্তে। চোচন্নীম-এদূৎ
স্বৰত গান লগীয়া। আচফৰ
ৰচিত গীত।

---

১ হে ইস্ৰায়েলৰ পালক, কাণ পাতা;
যোচেফক জাকৰ দৰে চলাওঁতা যি তুমি,
কৰূব দুটাৰ মাজত বসতি কৰোঁতা যি তুমি,
তুমি দীপ্তি প্ৰকাশ কৰা।
২ ইফ্ৰয়িম, বিন্যামীন, আৰু মনচিৰ আগে আগে
আপোন পৰাক্ৰম দেখুউৱা,
আমাক উদ্ধাৰ কৰিবলৈ আহাঁ।
৩ হে ঈশ্বৰ, আমাৰ অৱস্থা পৰিবৰ্ত্তন কৰা;
আমি পৰিত্ৰাণ পাবৰ নিমিত্তে তোমাৰ মুখ
উজ্জ্বল কৰা।

৪ হে বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱা,
তোমাৰ প্ৰজাবিলাকৰ প্ৰাৰ্থনাৰ অহিতে তুমি
কিমান কাললৈ ক্ৰোধ কৰি থাকিবা?
৫ তুমি সিবিলাকক চকু-লোস্বৰূপ আহাৰ খুৱালা,
আৰু বহু পৰিমাণে পান কৰিবলৈ সিবিলাকক
চকু-লো দিলা।
৬ তুমি আমাৰ ওচৰ-চুবুৰীয়াবোৰলৈ আমাক
বিবাদৰ হেতু কৰিছা,
আৰু আমাৰ শত্ৰুবোৰে সিহঁতৰ ইচ্ছামতে
আমাক বিদ্ৰূপ কৰে।
৭ হে বাহিনীবিলাকৰ ঈশ্বৰ, আমাৰ অৱস্থা পৰি-
বৰ্ত্তন কৰা;
আমি পৰিত্ৰাণ পাবৰ নিমিত্তে তোমাৰ মুখ
উজ্জ্বল কৰা।

৮ তুমি মিচৰৰ পৰা এজোপা দ্ৰাক্ষালতা তুলি
আনিলা;
তুমি জাতিবোৰক খেদাই দি তাক ৰুলা।
৯ তুমি তাৰ আগত ঠাই যুগুত কৰিলা;
তাতে সি দকৈ শিপা ধৰি দেশখনকে
জুৰিলে।
১০ তাৰ ছাঁৰে পৰ্ব্বতবোৰ ঢকা হল,
আৰু তাৰ ডালবোৰ ঈশ্বৰৰ এৰচ বৃক্ষৰ
নিচিনা হল;
১১ সি সমুদ্ৰলৈকে আপোনাৰ শাখাবোৰ মেলিলে,
তাৰ গজালিবোৰ নদীলৈকে মেলিলে।
১২ তেন্তে আটাই বাটৰুৱাবিলাকে তাক ছিঙিব
পৰাকৈ,
তুমি তাৰ বেৰা কিয় ভাঙি পেলালা?
১৩ হাবিৰ বৰাহে তাক নষ্ট কৰে,
আৰু বনৰ পশুবোৰেও তাক খায়।
১৪ হে বাহিনীবিলাকৰ ঈশ্বৰ, আমি বিনয় কৰোঁ,
পালটি আহাঁ;
স্বৰ্গৰ পৰা তললৈ দৃষ্টি কৰি চোৱা, আৰু এই
দ্ৰাক্ষালতাৰ বিচাৰ লোৱা;
১৫ তোমাৰ সোঁ হাতেৰে ৰোৱা পুলিটীৰ,
আপোনাৰ নিমিত্তে তুমি ডাঙৰ-দীঘল কৰা
ডালটীৰ বিচাৰ লোৱা।
১৬ তাক জুইত পোৰা হৈছে, কাটি পেলোৱা
হৈছে,
তোমাৰ মুখৰ ধমকিত লোকবিলাক নষ্ট
হৈছে।
১৭ তোমাৰ সোঁ হাতৰ মনুষ্যটীৰ ওপৰত,
তুমি আপোনাৰ নিমিত্তে ডাঙৰ-দীঘল কৰা
তোমাৰ পুত্ৰটীৰ ওপৰত তোমাৰ হাত
থাকোক।
১৮ তাতে আমি তোমাৰ পৰা হুঁহকি নেযাম;

আমাক পুনর্জ্জীবিত করা, তাতে আমি তোমার
নাম লম।
১৯ হে বাহিনীবিলাকর ঈশ্বর যিহোৱা, আমার
অবস্থা পরিবর্ত্তন করা;
আমি পরিত্রাণ পাবর নিমিত্তে তোমার মুখ
উজ্জ্বল করা।

## ৮১

প্রধান বাদ্যকরর নিমিত্তে। গিত্তীৎ স্বরত গান করীয়া। আচফর রচিত গীত।

১ তোমালোকে আমার বলস্বরূপ ঈশ্বরর উদ্দেশে
উচ্চ স্বরেরে গান করা
যাকোবর ঈশ্বরর নিমিত্তে আনন্দ-ধ্বনি করা।
২ গীত ধরা, খঞ্জরি বজোৱা;
নেবলে সৈতে মনোহর বীণা বজোৱা।
৩ ন জোনর দিনা শিঙ্গা বজোৱা,
পূর্ণিমাত আমার উৎসবর দিনত বজোৱা।
৪ কিয়নো সেয়ে ইস্রায়েলর অর্থে এক বিধি,
যাকোবর ঈশ্বরর এক শাসন।
৫ যেতিয়া তেওঁ মিচর দেশর অহিতে ওলাই
গল,
তেতিয়া তেওঁ ইয়াক যোচেফত সাক্ষ্যস্বরূপে
নিরূপণ করিলে,
মই নুবুজা এক বাণী তাত শুনিলোঁ।
৬ "মই ভারর পরা তার কান্ধ এরুৱালোঁ,
তার হাত পাচির পরা মুক্ত হল।
৭ তুমি সঙ্কটর কালত প্রার্থনা করাত, মই
তোমাক উদ্ধার করিলোঁ;
মেঘ-গর্জ্জনর গুপ্তস্থানত মই তোমাক উত্তর
দিলোঁ;
মিরীবার জলর কোষত মই তোমাক পরীক্ষা
করিলোঁ। [চেলা।
৮ হে মোর প্রজা, শুনা, মই তোমার আগত
সাক্ষ্য দিম;
হে ইস্রায়েল, তুমি মোর কথা শুনিলে মই
কেনে ভাল পাওঁ!
৯ তোমার মাজত কোনো বিদেশীয় দেৱতা
থাকিব নেলাগে,
আরু তুমি কোনো বিজাতীয় দেৱতার আগত
প্রণিপাত নকরিবা।
১০ময়েই তোমাক মিচর দেশর পরা উলিয়াই
অনা ঈশ্বর যিহোৱা;
তুমি মুখ বহলকৈ মেলা, মই তাক পূর্ণ করিম।
১১ কিন্তু মোর প্রজাই মোর মাত নুশুনিলে,
ইস্রায়েলে মোর আজ্ঞা মানিবলৈ ইচ্ছা নক-
রিলে।
১২ এই হেতুকে, সিবিলাকে আপোনাবিলাকর
অালচর দরে চলিবলৈ,
মই সিবিলাকর মনর কঠিনতালৈ সিবিলাকক
এরি দিলোঁ।
১৩ মোর প্রজাই মোর কথা শুনিলে,
ইস্রায়েলে মোর পথত চলিলে মই কেনে ভাল
পাওঁ!
১৪ সেয়ে হলে, মই সিবিলাকর শত্রুবোরক শীঘ্রে
বশীভূত করিম,
আরু সিবিলাকর বৈরীবোরর বিরুদ্ধে আপোন
হাত মেলিম।
১৫ সেয়ে হলে, যিহোৱাক ঘিণাওঁতাবোর তেওঁর
বশীভূত হব,
কিন্তু সিবিলাকর সময় চিরকাল থাকিব।
১৬ সেয়ে হলে, তেওঁ সিবিলাকক উত্তম ঘেঁহু
খুৱাব,
আরু মই শিলর পরা মৌ লৈ তোমালোকক
তৃপ্ত করিম।"

## ৮২

আচফর রচিত গীত।

১ ঈশ্বর ঈশ্বরর মণ্ডলীত স্থিতি হৈছে;
তেওঁ ঈশ্বরবিলাকর মাজত বিচার করে।
২ তোমালোকে কিমান কাললৈ অন্যায় বিচার
করিবা,
আরু দুষ্টবোরর মুখ চাবা? [চেলা।
৩ তোমালোকে দরিদ্র আরু পিতৃহীনবিলাকর
বিচার করা,
দুঃখী আরু দীনহীনলৈ ন্যায় কার্য্য করা;
৪ তোমালোকে দুখীয়া আরু কঙ্গালক উদ্ধার
করা,
দুষ্টবোরর হাতর পরা সিবিলাকক মুক্ত করা।
৫ সিহঁতে নেজানেও নুবুজেও, অন্ধকারত ফুরে;
পৃথিবীর আটাই মূল লরচর হৈছে।
৬ মই কলোঁ, তোমালোকেই ঈশ্বরবিলাক,

আৰু তোমালোক আটাইবিলাক সৰ্ব্বোপৰি জনাৰ সন্তান।
৭ তথাপি তোমালোক মনুষ্যৰ দৰে মৰিবা,
আৰু অধিপতি কেইজনৰ কোনো এজনৰ নিচিনাকৈ তোমালোক পতিত হবা।
৮ হে ঈশ্বৰ, উঠা, পৃথিবীৰ বিচাৰ কৰা;
কিয়নো তুমিয়েই সমুদায় জাতি অধিকাৰ কৰিবা।

## ৮৩

সঙ্গীত। আচফৰ ৰচিত গীত।

১ হে ঈশ্বৰ, নিজম দি নেথাকিবা;
হে ঈশ্বৰ, মনে মনে নেথাকিবা, আৰু নিষমৰ নিদিবা।
২ কিয়নো দেখা, তোমাৰ শত্ৰুবোৰে হুৰামুৰা, কৰিছে;
তোমাক ঘিণাওঁতাবোৰে মূৰ দাঙিছে।
৩ সিহঁতে তোমাৰ প্ৰজাবিলাকৰ বিৰুদ্ধে কুমন্ত্ৰণা কৰিছে;
তুমি লুকুৱাই থোৱা লোকবিলাকৰ অহিতে সিহঁতে একেলগে কু-আলচ কৰিছে।
৪ সিহঁতে কয়, আহাঁ, ইস্ৰায়েলৰ নাম যেন সোঁৱৰণ নেথাকে,
এই নিমিত্তে আমি সিহঁতক উচ্ছন্ন কৰোঁ, সিহঁতক আৰু জাতি হবলৈ নিদিওঁ;
৫ কিয়নো সিহঁতে একমনা হৈ আলচ কৰিছে,
সিহঁতে তোমাৰ বিৰুদ্ধে এটা নিয়ম পাতিছে।
৬ ইদোমৰ তাম্বুবিলাক, ইশ্মায়েলীয়াবিলাক,
মোৱাব, হাগৰীয়াবিলাক,
৭ গবাল, অম্মোন, আৰু অমালেকে,
তূৰ-নিবাসীবিলাকে সৈতে পলেষ্টিয়াই তোমাৰ অহিতে এটা নিয়ম পাতিছে;
৮ আৰু অচূৰেও সিহঁতৰ লগ লৈছে,
সিহঁত লোটৰ সন্তানবিলাকৰ বাহু হৈছে।
৯ তুমি মিদিয়নক কৰা নিচিনাকৈ সিহঁতকো কৰা।
১০ অয়িন-দোৰত বিনষ্ট হৈ মাটিৰ নিমিত্তে সাৰ হোৱা চীচৰা আৰু যাবীনলৈ,
কীচোন নদীৰ ওচৰত যেনে কৰিলা,
সিহঁতলৈকো তেনে কৰা।
১১ তুমি সিহঁতৰ প্ৰধান লোকবিলাকক ওৰেব আৰু জেবৰ নিচিনা কৰা,
সিহঁতৰ অধিপতিবিলাকক জেবহ আৰু চল-মুন্নাৰ নিচিনা কৰা।
১২ সিহঁতে কলে, আহাঁ, আমি ঈশ্বৰৰ বাসস্থানবোৰ
আমাৰ নিজৰ নিজৰ নিমিত্তে অধিকাৰ কৰি লওঁহক।
১৩ হে মোৰ ঈশ্বৰ, তুমি সিহঁতক বামাৰলি বতাহত ঘূৰি থকা ধূলিৰ নিচিনা,
আৰু বতাহে উড়ুৱাই নিয়া শুকান নৰাৰ নিচিনা কৰা।
১৪ অৰণিক দগ্ধ কৰা অগ্নি,
আৰু পৰ্ব্বতক জুই লগাই পোৰা অগ্নি-শিখাৰ নিচিনাকৈ,
১৫ তুমি আপোন ধুমুহাৰে সিহঁতক খেদোৱা,
আৰু তোমাৰ প্ৰচণ্ড বতাহেৰে সিহঁতক ভয় লগোৱা।
১৬ হে যিহোৱা, সিহঁতে যেন তোমাৰ নাম বিচাৰিব,
এই নিমিত্তে তুমি সিহঁতৰ মুখ লাজেৰে পূৰ কৰা।
১৭ সিহঁত সদাকাললৈকে লজ্জিত আৰু ব্যাকুল হওক,
এনে কি, সিহঁত বিহ্বল হৈ বিনষ্ট হওক।
১৮ যিহোৱা নামেৰে বিখ্যাত যি তুমি,
অকল তুমিয়েই যে সমুদায় পৃথিবীৰ ওপৰত সৰ্ব্বোপৰি জনা, তাক সিহঁতে জানোক।

## ৮৪

প্ৰধান বাদ্যকৰৰ নিমিত্তে। গিত্তীৎ সুৰত গাব লগীয়া। কোৰহৰ সন্তানবিলাকৰ ৰচিত গীত।

১ হে বাহিনীবিলাকৰ যিহোৱা,
তোমাৰ বাসস্থানবোৰ কেনে মনোহৰ!
২ যিহোৱাৰ চোতাল কেইখনলৈ মোৰ প্ৰাণে হাবিয়াহ কৰিছে, এনে কি, কৰোঁতে কৰোঁতে ক্ষীণাইছেও;
মোৰ প্ৰাণ আৰু শৰীৰে জীৱন্ত ঈশ্বৰৰ আগত উচ্চধ্বনি কৰিছে।
৩ স্বৰূপেই ঘনচিৰিকা চৰায়েও ঘৰ পাইছে,
তেলটুপিয়েও আপোন পোৱালি ৰাখিবৰ নিমিত্তে বাহ পাইছে;

হে বাহিনীবিলাকর যিহোৱা, মোর রজা, আৰু
মোর ঈশ্বর,
তোমার বেদিবোরর ওচরতেই সেইবোরে ঠাই
পাইছে।
[৪] তোমার গৃহ-নিবাসীবিলাক ধন্য ;
সিবিলাকে নিতৌ তোমার প্রশংসা করে।
[চেলা।
[৫] যার শক্তি তোমাত আছে,
যার মনত চিয়োনলৈ যোৱা রাজপথ আছে,
সেই পুরুষ ধন্য।
[৬] সিবিলাকে বাকা উপত্যকাইদি যাওঁতে তাক
পানীর ভুমুকর ঠাই করে ;
এনে কি, আগতীয়া বরষুণে তাক নানা মঙ্গ-
লেরে ভূষিত করে।
[৭] সিবিলাকে বলর উপরি বল পায় ;
সিবিলাকর প্রতিজন চিয়োনত ঈশ্বরর সাক্ষাৎ
হয়গৈ।
[৮] হে বাহিনীবিলাকর ঈশ্বর যিহোৱা, মোর
প্রার্থনা শুনা ;
হে যাকোবর ঈশ্বর, কাণ পাতা। [চেলা।
[৯] হে আমার ঢালস্বরূপ ঈশ্বর, দেখা ;
তোমার অভিষিক্ত জনর মুখলৈ দৃষ্টি করা।
[১০] কিয়নো হাজার দিনতকৈয়ো, তোমার চোঁতাল
কেইখনত এদিন থকাই উত্তম ;
দুষ্টতার তাম্বুত বাস করাতকৈ, ময় ঈশ্বরর
গৃহর দুৱরী হবলৈকে ভাল পাওঁ।
[১১] কিয়নো ঈশ্বর যিহোৱা সূর্য্য আৰু ঢাল-
স্বরূপ ;
যিহোৱাই অনুগ্রহ আৰু গৌরব দান করে ;
সিদ্ধ পথত চলোঁতাবিলাকর পরা তেওঁ কোনো
উত্তম বস্তু আটক নকরে।
[১২] হে বাহিনীবিলাকর যিহোৱা,
তোমাত নির্ভর করোঁতা লোক ধন্য।

## ৮৫

প্রধান বাদ্যকরর নিমিত্তে। কোরহর
সন্তানবিলাকর রচিত গীত।

---

[১] হে যিহোৱা, তুমি নিজ দেশলৈ প্রসন্ন হলা ;
তুমি যাকোবর বন্দী-অবস্থা পরিবর্ত্তন করিলা।
[২] তুমি আপোন প্রজাবিলাকর অপরাধ ক্ষমা
করিলা ;
তুমি সিবিলাকর সকলো পাপ ঢাকিলা।
[চেলা।
[৩] তুমি আপোনার সমুদায় ক্রোধ সামরিলা ;
তুমি আপোন প্রচণ্ড কোপর পরা ক্ষান্ত
হলা।
[৪] হে আমার পরিত্রাণর ঈশ্বর, আমালৈ মুখ
করা ;
আমালৈ তোমার যি ক্রোধ, তাক দূর করা।
[৫] তুমি আমার ওপরত সদাকাললৈকে ক্রোধ
করি থাকিবা নে ?
তুমি সর্ব্বপুরুষলৈকে আপোন ক্রোধ রাখিবা
নে ?
[৬] তোমার প্রজাবিলাকে তোমাত আনন্দ করি-
বলৈ,
তুমি জানো আমাক পুনরায় জীৱন দান
নকরিবা ?
[৭] হে যিহোৱা, তোমার দয়া আমাক দেখুউৱা ;
তোমার পরিত্রাণ আমাক দান করা।
[৮] ঈশ্বর যিহোৱাই যিহকে কব, ময় তাকেই
শুনিম ;
কিয়নো তেওঁ আপোন প্রজাবিলাকক আৰু
আপোন সাধুবিলাকক শান্তির কথা
কব ;
কিন্তু সিবিলাক পুনরায় মূর্খতালৈ উলটি
নেযাওক।
[৯] স্বরূপেই, আমার দেশত গৌরব বাস করিবর
নিমিত্তে,
তেওঁর পরিত্রাণ তেওঁলৈ ভয় করোঁতাবিলাকর
ওচর।
[১০] দয়া আৰু সত্যতাই লগ লাগিছে ;
ধার্ম্মিকতা আৰু শান্তিয়ে পরস্পরে চুমা খোৱা-
খুই করিলে।
[১১] ভূমির পরা সত্যতা গজি ওলাইছে ;
ধার্ম্মিকতাই স্বর্গর পরা তললৈ দৃষ্টি করিছে।
[১২] এনে কি, যি উত্তম, তাক যিহোৱাই দান
করিব,
আৰু আমার দেশে আপোন ফল উৎপন্ন
করিব।
[১৩] ধার্ম্মিকতা, তেওঁর আগে আগে চলিব,
আৰু তেওঁর খোজর চিনকে পথস্বরূপ
করিব।

## ৮৬ দায়ূদর প্ৰাৰ্থনা।

১ হে যিহোৱা, কাণ পাতা, মোক উত্তৰ দিয়া ;
কিয়নো মই দুঃখী আৰু দৰিদ্ৰ।
২ মোৰ প্ৰাণ ৰক্ষা কৰা ; কিয়নো মই সাধু ;
হে মোৰ ঈশ্বৰ, তোমাত বিশ্বাস কৰোঁতা
দাসক তুমি পৰিত্ৰাণ কৰা।
৩ হে প্ৰভো, মোক কৃপা কৰা ;
কিয়নো ওৰেদিন্‌টো মই তোমাৰ আগত
প্ৰাৰ্থনা কৰি থাকোঁ।
৪ তোমাৰ দাসৰ প্ৰাণ আনন্দিত কৰা ;
কিয়নো, হে প্ৰভো, মই তোমালৈ হাবিয়াহ
কৰোঁ।
৫ কাৰণ, হে প্ৰভো, তুমিয়েই মঙ্গলময় আৰু
ক্ষমাবান,
আৰু তোমাৰ আগত প্ৰাৰ্থনা কৰোঁতাবিলা-
কলৈ তুমি দয়াত মহান।
৬ হে যিহোৱা, মোৰ প্ৰাৰ্থনালৈ কাণ পাতা,
মোৰ নিবেদনৰ স্বৰলৈ কাণ দিয়া।
৭ সঙ্কটৰ কালত মই তোমাৰ আগত প্ৰাৰ্থনা
কৰিম ;
কিয়নো তুমি মোক উত্তৰ দিবা।
৮ হে প্ৰভো, দেৱতাবোৰৰ মাজত তোমাৰ তুল্য
কোনো নাই,
আৰু তোমাৰ কাৰ্য্যৰ নিচিনা কোনো কাৰ্য্য
নাই।
৯ হে প্ৰভো, তুমি উৎপন্ন কৰা সকলো জাতি-
বিলাকে আহি তোমাৰ আগত প্ৰণিপাত
কৰিব।
আৰু তোমাৰ নাম গৌৰবান্বিত কৰিব।
১০ কিয়নো তুমি মহান আৰু আশ্চৰিত কৰ্ম্ম
কৰোঁতা।
অকল তুমিয়েই ঈশ্বৰ।
১১ হে যিহোৱা, মোক তোমাৰ পথ শিকোৱা, মই
তোমাৰ সত্যতাত চলিম ;
তোমাৰ নামলৈ ভয় ৰাখিবলৈ মোক একান্ত
মন দিয়া।
১২ হে মোৰ প্ৰভু ঈশ্বৰ, মই সমস্ত চিত্তেৰে
তোমাৰ স্তুতি কৰিম,
আৰু সদাকাললৈকে তোমাৰ নাম গৌৰবান্বিত
কৰিম।
১৩ কিয়নো মোলৈ তোমাৰ দয়া প্ৰচুৰ,
আৰু তুমি মোৰ প্ৰাণ অধম চিয়োলৰ পৰা
মুক্ত কৰিলা।
১৪ হে ঈশ্বৰ, অহঙ্কাৰীবোৰ মোৰ বিৰুদ্ধে
উঠিছে ;
অত্যাচাৰীহঁতৰ সমাজে মোৰ প্ৰাণ বিচাৰিছে ;
আৰু সিহঁতে তোমাক নিজৰ আগত নেৰাখে ;
১৫ কিন্তু হে প্ৰভো, তুমি দয়ালু আৰু কৃপালু
ঈশ্বৰ ;
তুমি ক্ৰোধত ধীৰ, দয়া আৰু সত্যতাত মহান।
১৬ মোলৈ মুখ কৰা, আৰু মোক কৃপা কৰা ;
তোমাৰ দাসক তোমাৰ শক্তি দান কৰা,
আৰু তোমাৰ দাসীৰ পুত্ৰক পৰিত্ৰাণ কৰা।
১৭ মোক ঘিণাওঁতাবোৰে দেখি যেন লাজ পায়,
এই নিমিত্তে মোক মঙ্গলৰ এটা চিন দেখুউৱা ;
কিয়নো, হে যিহোৱা, তুমি মোক উপকাৰ
আৰু সান্ত্বনা কৰোঁতা।

## ৮৭ কোৰহৰ সন্তানবিলাকৰ ৰচিত গীত। সঙ্গীত।

১ যিহোৱাই পবিত্ৰ পৰ্ব্বতবোৰত স্থাপিত
আপোন নগৰক প্ৰেম কৰে।
২ যিহোৱাই যাকোবৰ সকলো নিবাসতকৈ,
চিয়োনৰ দুৱাৰবোৰ ভাল পায়।
৩ হে ঈশ্বৰৰ নগৰ,
তোমাৰ বিষয়ে অনেক গৌৰৱৰ কথা কোৱা
গৈছে। [চেলা।
৪ "মোৰ চিনাকীবিলাকৰ মাজত মই ৰাহব আৰু
বাবিলৰ উল্লেখ কৰিম ;
পলেষ্টিয়া, তূৰ, আৰু কূচক চোৱা ;
সেই সেই জন তাত জন্মিল।"
৫ এনে কি, চিয়োনৰ বিষয়ে কোৱা যাব, যে,
"মানুহৰ পাছত মানুহ তাত জন্মিল ;
সৰ্ব্বোপৰি জনাই নিজেই তাক স্থাপন
কৰিব।"
৬ যিহোৱাই জাতিবিলাকৰ নাম লিখোঁতে গণনা,
কৰি কব, যে,
"এই এই জন তাত জন্মিল।" [চেলা।
৭ গাওঁতা আৰু নাচোঁতাবিলাকেও কব, যে,
মোৰ সমুদায় ভুমুক তোমাতহে আছে।

**৮৮** সঙ্গীত। কোরহর সন্তানবিলাকর রচিত গীত। প্রধান বাদ্যকরর নিমিত্তে। মহলৎ-লিয়াল্লোৎ সুরত গাব লগীয়া। মচকীল নামে ইজ্রাহীয়া হেমনর রচিত গীত।

---

১ হে মোর পরিত্রাণর ঈশ্বর যিহোৱা,
ময় দিনে-ৰাতিয়ে তোমার আগত কাতরোক্তি করোঁ।
২ মোর প্রার্থনা তোমার আগত উপস্থিত হওক,
মোর কাকুতিলৈ তোমার কাণ পাতা;
৩ কিয়নো মোর মন দুঃখেরে পরিপূর্ণ হৈছে,
আরু মোর আয়ুস চিয়োলর ওচর চাপিছে।
৪ গাঁতলৈ নামি যোৱাবিলাকর লগত ময় গণিত হৈছোঁ;
ময় বলহীন পুরুষর দরে হলোঁ।
৫ মোক মৃতবিলাকর মাজত পেলোৱা হল;
যিবিলাকক তুমি আরু নোসোঁৱরা,
মৈদামত পড়ি থকা সেই হত লোকবিলাকর নিচিনা হৈছোঁ;
সিবিলাক তোমার হাতর পরা বিচ্ছেদ হৈছে।
৬ তুমি মোক সকলোত্কৈ তলর গাঁতত থলা,
অন্ধকার আরু গভীর ঠাইত রাখিলা।
৭ তোমার ক্রোধর ভারে মোক হেঁচি ধরিছে,
আরু তোমার সকলো ঢৌৱে মোক দুঃখ দিছে।　　[চেলা।
৮ তুমি মোর চিনাকীবিলাকক মোর পরা দূরৈত রাখিছা,
সিবিলাকর আগত মোক ঘিণলগীয়া করিছা;
ময় বন্ধ হৈছোঁ, ওলাই যাব নোৱারোঁ।
৯ দুঃখতে মোর চকু সোমাইছে;
হে যিহোৱা, ময় নিতৌ তোমার আগত প্রার্থনা করিছোঁ;
ময় তোমালৈ হাত মেলিছোঁ।
১০ তুমি মৃতবিলাকর নিমিত্তে আশ্চরিত কর্ম্ম করিবা নে?
মৃতবিলাকে উঠি জানো তোমার স্তুতি করিব?　　[চেলা।
১১ মৈদামত জানো তোমার দয়ার বর্ণনা হব?
বিনাশর ঠাইত জানো তোমার বিশ্বস্ততা প্রচারিত হব?
১২ অন্ধকারত জানো তোমার আশ্চরিত কর্ম্ম জনা যাব?
পাহরণ দেশত জানো তোমার ধার্ম্মিকতা জনা যাব?
১৩ কিন্তু, হে যিহোৱা, ময় হলে তোমার আগত কাতরোক্তি করোঁ,
আরু রাতিপুৱাতে মোর প্রার্থনা তোমার আগত উপস্থিত হয়।
১৪ হে যিহোৱা, তুমি মোর প্রাণক কিয় ত্যাগ করিছা?
মোর পরা তোমার মুখ কিয় লুকুৱাইছা?
১৫ ময় লরা কালর পরা দুঃখী আরু মৃতপ্রায় হৈ আছোঁ;
ময় তোমার ত্রাসস্বরূপ ভারত ব্যাকুল হৈছোঁ।
১৬ তোমার প্রচণ্ড ক্রোধ মোর ওপরেদি গৈছে;
তোমার ত্রাসে মোক বিনষ্ট করিছে।
১৭ সেইবোরে ওরেদিন্টো পানীর নিচিনাকৈ মোক আবরি ধরিছে,
সেইবোরে মোক একেবারে বেরি ধরিছে।
১৮ তুমি প্রেমিকক আরু বন্ধুক মোর পরা দূর করিলা;
অন্ধকারেই মোর জ্ঞাতি-কুটুম্ব।

**৮৯** মচকীল নামে ইজ্রাহীয়া এথনর রচিত গীত।

---

১ ময় সদাকাললৈকে যিহোৱার নানাবিধ দয়া কীর্ত্তন করিম;
ময় নিজ মুখেরে পুরুষানুক্রমে তোমার বিশ্বস্ততা জনাম।
২ কিয়নো ময় কলোঁ, কৃপা-মন্দির চিরকালর নিমিত্তে নির্ম্মিত হব;
তুমি আপোন বিশ্বস্ততা আকাশতেই স্থাপন করিবা।
৩ "ময় মোর মনোনীত জনর লগত এটী নিয়ম করিলোঁ,
মোর দাস দায়ূদর আগত এই শপথ করিলোঁ, যে,
৪ সদাকাললৈকে ময় তোমার বংশ স্থাপন করিম,
সর্ব্বপুরুষলৈকে তোমার সিংহাসন দৃঢ় করি রাখিম।"　　[চেলা

[৫] হে যিহোৱা, আকাশ-মণ্ডলে তোমার আশ্চরিত কর্ম্মর প্রশংসা করিব ;
পবিত্রবিলাকর সমাজতো তোমার বিশ্বস্ততা প্রশংসিত হব।
[৬] কিয়নো গগণ-মণ্ডলত যিহোৱার লগত কার উপমা দিব পারি ?
বীরর সন্তানবিলাকর মাজত বা যিহোৱার তুল্য কোন ?
[৭] পবিত্রবিলাকর সভাত তেওঁ অতি ভয়ানক ঈশ্বর ;
তেওঁর চারিওফালে থকাবিলাকতকৈ তেওঁ ভয়ঙ্কর।
[৮] হে বাহিনীবিলাকর ঈশ্বর যিহোৱা,
হে যাঃ, তোমার তুল্য পরাক্রমী কোন ?
তোমার বিশ্বস্ততা তোমার চারিওফালে জুরি আছে।
[৯] তুমি সমুদ্রর গর্ব্ব খর্ব্ব করোঁতা ;
তার ঢৌবোর উঠিলে তুমি সেইবোরক শান্ত করোঁতা।
[১০] তুমি রাহবক খণ্ড খণ্ড করি, হত হোৱা লোকর সমান করিলা ;
তুমি নিজ বাহুবলেরে তোমার শত্রুবোরক ছিন্ন-ভিন্ন করিলা।
[১১] আকাশ-মণ্ডল তোমারেই, আরু পৃথিবীও তোমারেই ;
জগত আরু তার সকলোকে তুমিয়েই স্থাপন করিলা।
[১২] তুমিয়েই উত্তর আরু দক্ষিণ দিশ সৃষ্টি করিলা;
তাবোর আরু হর্মোণে তোমার নামত আনন্দ-ধ্বনি করে।
[১৩] তোমারেই পরাক্রমী বাহু আছে ;
তোমার হাত বলী, তোমার সোঁ হাত উন্নত।
[১৪] ধার্ম্মিকতা আরু ন্যায় বিচারেই তোমার সিংহাসনর ভিত্তিমূল ;
দয়া আরু সত্যতা তোমার আগে আগে চলে।
[১৫] যি লোকবিলাকে আনন্দ-ধ্বনি জানে, সিবিলাক ধন্য ;
হে যিহোৱা, সিবিলাক তোমার মুখর দীপ্তিতে চলে।
[১৬] সিবিলাকে ওরেদিনটো তোমার নামত উল্লাস করে ;
আরু তোমার ধার্ম্মিকতাত সিবিলাকর উন্নতি হয়।
[১৭] কিয়নো তুমিয়েই সিবিলাকর পরাক্রমর শোভা ;
তোমার অনুগ্রহত আমার শিঙ্গ উন্নত হব।
[১৮] কিয়নো আমার ঢাল যিহোৱারেই ;
আরু আমার রজা ইস্রায়েলর পবিত্র জনারেই।

[১৯] সেই কালত তুমি নিজ সাধু জনক দর্শন দি কৈছিলা,
"ময় সহায়র ভার এজন বীরর ওপরত সমর্পণ করিলোঁ ;
ময় প্রজাবিলাকর মাজর মনোনীত লোক এজনক উচ্চ পদ দিলোঁ।
[২০] ময় মোর দাস দায়ূদক পালোঁ,
মোর পবিত্র তেলেরে তেওঁক অভিষেক করিলোঁ।
[২১] মোর হাত তেওঁর লগত থিরে থাকিব,
মোর বাহুরে তেওঁক বলৱান করিব।
[২২] শত্রুরে তেওঁক উপদ্রব নকরিব,
নাইবা দুষ্টতার সন্তানে তেওঁক দুঃখ নিদিব।
[২৩] ময় তেওঁর বৈরীবোরক তেওঁর সম্মুখত গুড়ি করিম,
আরু তেওঁক ঘিণাওঁতাবোরক প্রহার করিম।
[২৪] কিন্তু মোর বিশ্বস্ততা আরু দয়া তেওঁর লগত থাকিব,
আরু মোর নামর দ্বারায় তেওঁর শিঙ্গ উন্নত হব।
[২৫] ময় তেওঁর হাত সাগরর ওপরত থম,
আরু নদীবোরর ওপরত তেওঁর সোঁ হাত রাখিম।
[২৬] তেওঁ মোর আগত প্রার্থনা করি কব, তুমিয়েই মোর পিতৃ,
মোর ঈশ্বর, আরু মোর পরিত্রাণর শিলা।
[২৭] ময় তেওঁক মোর জ্যেষ্ঠ পুত্র করিম,
আরু পৃথিবীর রজাবিলাকর মাজত তেওঁক সকলোতকৈ শ্রেষ্ঠ করিম।
[২৮] ময় তেওঁলৈ মোর দয়া সদাকাললৈকে রাখিম ;
মোর নিয়মটী তেওঁর লগত থিরে থাকিব।

২৯ মই তেওঁৰ বংশকো সদাকাললৈকে স্থাপন কৰিম,
আকাশ-মণ্ডলৰ দৰে মই তেওঁৰ সিংহাসন চিৰ-স্থায়ী কৰিম।
৩০ তেওঁৰ সন্তানবিলাকে যদি মোৰ ব্যৱস্থা ত্যাগ কৰে,
আৰু মোৰ শাসন-প্ৰণালী অনুসাৰে নচলে,
৩১ যদি মোৰ বিধিবোৰ লঙ্ঘন কৰে,
আৰু মোৰ আজ্ঞাবোৰ পালন নকৰে,
৩২ তেন্তে মই দণ্ডেৰে সিবিলাকৰ অপৰাধৰ,
আৰু প্ৰহাৰেৰে সিবিলাকৰ অধৰ্ম্মৰ শাস্তি দিম।
৩৩ কিন্তু তেওঁৰ পৰা মোৰ দয়া নিচেইকৈ নুগুচাম;
নাইবা মোৰ বিশ্বস্ততা ব্যৰ্থ হবলৈ নিদিম।
৩৪ মই মোৰ নিয়মটী লঙ্ঘন নকৰিম,
আৰু মোৰ ওঁঠৰ পৰা ওলোৱা বাক্যৰ অন্যথা নকৰিম।
৩৫ এবাৰ মাত্ৰ মই আপোন পবিত্ৰতাৰে শপথ কৰিলোঁ;
মই দায়ূদৰ আগত কেতিয়াও মিছা নকওঁ।
৩৬ তেওঁৰ বংশ সদাকাললৈকে থাকিব,
তেওঁৰ সিংহাসন মোৰ সাক্ষাতে সূৰ্য্যৰ দৰে চিৰস্থায়ী হব।
৩৭ সেয়ে চন্দ্ৰৰ নিচিনাকৈ চিৰকাললৈকে স্থাপিত হব,
সেয়ে আকাশত থকা বিশ্বাসী সাক্ষীৰ নিচিনাকৈ স্থাপিত হব।" [চেলা।

৩৮ কিন্তু তুমি হলে পৰিত্যাগ আৰু অগ্ৰাহ্য কৰিলা;
তুমি আপোন অভিষিক্ত জনলৈ ক্ৰোধ কৰিছা।
৩৯ তুমি আপোন দাসে সৈতে স্থাপন কৰা নিয়মটী ঘিণ কৰিছা;
তুমি তেওঁৰ ৰাজমুকুট মাটিলৈ পেলাই অশুচি কৰিলা।
৪০ তুমি তেওঁৰ সমুদায় বেৰ ভাঙ্গি পেলালা;
তুমি তেওঁৰ কোঁঠবোৰ বিনষ্ট কৰিলা।
৪১ আটাই বাটৰুৱাই তেওঁক লুট কৰে;
তেওঁ ওচৰ-চুবুৰীয়াবোৰৰ নিন্দাৰ বিষয় হৈছে।
৪২ তুমি তেওঁৰ শত্ৰুবোৰৰ সোঁ হাত উন্নত কৰিলা,
তেওঁৰ সকলো বৈৰীক আনন্দিত কৰিলা।
৪৩ এনে কি, তুমি তেওঁৰ তৰোৱালৰ ধাৰ ওভ-টোৱাই
যুদ্ধত তেওঁক থিয় হবলৈ নিদিলা।
৪৪ তুমি তেওঁৰ দীপ্তি নাইকিয়া কৰিলা,
আৰু তেওঁৰ সিংহাসন ভূমিলৈ পেলালা।
৪৫ তুমি তেওঁৰ যৌবন-কাল চুটী কৰিলা;
তুমি তেওঁক লাজেৰে ঢাকিলা। [চেলা।
৪৬ হে যিহোৱা, কিমান কাললৈ নো তুমি সদায় লুকাই থাকিবা?
কিমান কাললৈ তোমাৰ ক্ৰোধ অগ্নিৰ দৰে জ্বলি থাকিব?
৪৭ মই কেনে অলপদিনীয়া, তাক সোঁৱৰা;
তুমি কেনে ব্যৰ্থৰূপে আটাই মনুষ্য-সন্তানক সৃজিলা!
৪৮ কোন মানুহ মৃত্যু নেদেখাকৈ জীয়াই থাকিব?
কোনে চিয়োলৰ হাতৰ পৰা আপোন প্ৰাণ মুক্ত কৰিব? [চেলা।
৪৯ হে প্ৰভো, তুমি যি যি কৰিবলৈ দায়ূদৰ আগত
আপোন বিশ্বস্ততাৰে সৈতে শপথ কৰিছিলা,
পূৰ্ব্বকালৰ তোমাৰ সেই নানাবিধ দয়া ক'ত?
৫০ হে প্ৰভো, তোমাৰ দাসবিলাকলৈ কৰা অপ-মান সোঁৱৰণ কৰা;
৫১ হে প্ৰভো, তোমাৰ শত্ৰুবোৰে যি অপমান কৰিছে,
তোমাৰ অভিষিক্ত জনাৰ খোজে খোজে সিহঁতে যি অপমান কৰিছে,
আটাই বলৱন্ত জাতিৰ সেই অপমান মই যে নিজ বুকত বওঁ, তাক সোঁৱৰণ কৰা।

---

৫২ যিহোৱা সদাকাললৈকে ধন্য হওক।
আমেন, আৰু আমেন।

# চতুৰ্থ খণ্ড।

——:*:——

## ৯০ ঈশ্বৰৰ লোক মোচিৰ প্ৰাৰ্থনা।

১ হে প্ৰভো, তুমিয়েই পুৰুষে পুৰুষে
আমাৰ বাসস্থান হৈ আহিছা।
২ পৰ্ব্বতবোৰ উৎপন্ন হোৱাৰ আগেয়ে,
তুমি পৃথিবী আৰু জগত স্ৰজন কৰাৰ পূৰ্ব্বে,
অনাদি কালৰ পৰা অনন্ত কাললৈকে তুমিয়েই ঈশ্বৰ।
৩ তুমি মানুহক ধূলিলৈ ওভটাওঁতা,
আৰু তুমি কোৱা, যে, হে মনুষ্য-সন্তানবিলাক, উভটি যোৱা।
৪ কিয়নো তোমাৰ দৃষ্টিত হাজাৰ বছৰ যোৱা কালিৰ নিচিনা,
আৰু ৰাতিৰ এক প্ৰহৰৰ সমান।
৫ তুমি সিহঁতক ঢলৰ দৰে উটাই নিয়া, সিহঁত সপোন যেন হয়;
ৰাতিপুৱা সিহঁত ঠন ধৰা ঘাঁহৰ নিচিনা হয়;
৬ ৰাতি পুৱালেই সেয়ে প্ৰফুল্লিত হয় আৰু জকমকায়;
গধূলি হলেই সেয়ে কটা গৈ শুকাই যায়।
৭ কিয়নো তোমাৰ ক্ৰোধত আমি বিনষ্ট হওঁ,
আৰু তোমাৰ কোপত আমি ব্যাকুল হওঁ।
৮ তুমি আমাৰ অপৰাধবোৰ তোমাৰ সন্মুখত থৈছা,
আমাৰ গুপুত পাপবোৰ তোমাৰ মুখৰ দীপ্তিত ৰাখিছা।
৯ কিয়নো তোমাৰ ক্ৰোধত আমাৰ সকলো দিন হ্ৰাস হৈ গৈছে;
আমি নিজৰ আয়ুসৰ বছৰবোৰ, বৰ্ণনা কৰা কাহিনীৰ দৰে শেষ কৰোঁ।
১০ আমাৰ আয়ুসৰ পৰিমাণ তিনি কুৰি দহ বছৰ,
বল থকাৰ নিমিত্তে চাৰি কুৰি বছৰ হব পাৰে;
তথাপি সেইবোৰৰ গৰ্ব্বৰ বস্তুবোৰ কেৱল পৰিশ্ৰমজনক আৰু অসাৰ;
কিয়নো সেইবোৰ বেগাই ঢুকাই যায়, আৰু আমি উড়ি যাওঁ।
১১ তোমাৰ ক্ৰোধৰ পৰাক্ৰম কোনে জানে?
তোমাৰ উপযুক্ত ভয় অনুসাৰে তোমাৰ কোপ কোনে বুজে?
১২ আমি জ্ঞানৰ অন্তঃকৰণ লাভ কৰিব পৰাকৈ,
আমাৰ আয়ুসৰ কাল গণনা কৰিবলৈ শিক্ষা দিয়া;
১৩ হে যিহোৱা, উভটি আহাঁ, কিমান কাললৈ নো তুমি পলম কৰি থাকিবা?
তুমি আপোন দাসবিলাকক কৃপা কৰা।
১৪ আমাৰ আয়ুস থাকেমানে আমি যেন আনন্দ আৰু উল্লাস কৰিম,
এই নিমিত্তে ৰাতিপুৱাতে আমাক তোমাৰ দয়াৰে তৃপ্ত কৰা।
১৫ যিমান দিন তুমি আমাক দুঃখ দিলা,
আৰু যিমান বছৰ আমি অমঙ্গল দেখিলোঁ,
সেই অনুসাৰে আমাক আনন্দিত কৰা।
১৬ তোমাৰ দাসবিলাকৰ আগত তোমাৰ কৰ্ম্ম,
সিবিলাকৰ সন্তানবিলাকৰ ওপৰত তোমাৰ গৌৰব প্ৰকাশিত হওক।
১৭ আৰু আমাৰ ঈশ্বৰ যিহোৱাৰ সৌন্দৰ্য্য আমাৰ ওপৰত প্ৰকাশিত হওক।
তুমি আমালৈ আমাৰ হাতৰ কৰ্ম্ম সিদ্ধ কৰা;
এনে কি, আমাৰ হাতৰ কৰ্ম্মকেই সিদ্ধ কৰা।

## ৯১ যি মানুহ সৰ্ব্বোপৰি জনাৰ গুপ্তস্থানত থাকে,

সেই জনে সৰ্ব্বশক্তিমানৰ ছাঁত বসতি কৰে।
২ ময় যিহোৱাৰ বিষয়ে কম,
"তেওঁ মোৰ আশ্ৰয় আৰু মোৰ কোঁঠ,
ময় ভাৰসা ৰখা মোৰ ঈশ্বৰ;"
৩ কিয়নো তেওঁ তোমাক ব্যাধৰ ফান্দৰ পৰা উদ্ধাৰ কৰিব,
আৰু বিনাশক মহামাৰীৰ পৰা ৰক্ষা কৰিব।
৪ তেওঁ আপোন পাখিৰে তোমাক আবৃত কৰিব;

তাতে তেওঁৰ ডেউকাৰ তলত তুমি আশ্ৰয় পাবা ;
তেওঁৰ সত্যতা ঢাল আৰু বাৰুস্বৰূপ।
[৫] ৰাতিৰ আপদলৈ আৰু দিনত উড়ি অহা কাঁড়লৈ তুমি ভয় নকৰিবা ;
[৬] আন্ধাৰত ফুৰা মহামাৰীলৈ আৰু দুপৰ বেলাত সংহাৰ কৰোঁতা ৰোগলৈ তুমি ভয় নকৰিবা।
[৭] তোমাৰ কোষত হাজাৰ হাজাৰ লোক আৰু তোমাৰ সোঁফালে অযুত অযুত লোক পতিত হব ;
কিন্তু সেয়ে তোমাৰ ওচৰলৈ নাহিব।
[৮] কেৱল তুমি নিজ চকুৰে চাই দুষ্টবোৰৰ প্ৰতিফল দেখিবা।
[৯] ( কিয়নো, হে যিহোৱা, তুমিয়েই মোৰ আশ্ৰয় ; )
তুমি সৰ্ব্বোপৰি জনাক তোমাৰ বাসস্থান কৰিছা ;
[১০] তোমালৈ কোনো বিপদ নঘটিব,
আৰু তোমাৰ তাম্বুৰ ওচৰলৈ কোনো উৎপাত নাহিব ;
[১১] কিয়নো, তোমাৰ সকলো পথত তোমাক ৰক্ষা কৰিবলৈ,
তেওঁ আপোনাৰ দূতবিলাকক তোমাৰ বিষয়ে আজ্ঞা দিব।
[১২] তোমাৰ ভৰি যেন শিলত খুন্দা নেখায়,
এই নিমিত্তে সিবিলাকে তোমাক হাতেৰে দাঙি ধৰিব।
[১৩] তুমি সিংহ আৰু কালসৰ্পৰ ওপৰত ভৰি দিবা ;
ডেকা সিংহ আৰু নাগক তুমি গচকিবা।
[১৪] "সি মোত আসক্ত হোৱাত ময় তাক উদ্ধাৰ কৰিম ;
সি মোৰ নাম জনাৰ কাৰণে ময় তাক ওখ ঠাইত স্থাপন কৰিম।
[১৫] তেওঁ মোৰ আগত প্ৰাৰ্থনা কৰিব, তাতে ময় তেওঁক উত্তৰ দিম ;
সঙ্কটৰ কালত ময় তেওঁৰ সঙ্গী হম ;
ময় তেওঁক ৰক্ষা কৰিম, ময় তেওঁক মৰ্য্যাদাবান কৰিম।
[১৬] দীৰ্ঘায়ুৰে ময় তেওঁক তৃপ্ত কৰিম ;
ময় তেওঁক মোৰ পৰিত্ৰাণপ্ৰাপ্ত কৰিম।"

## ৯২ গীত। বিশ্ৰাম-বাৰৰ অৰ্থে সঙ্গীত।

[১] যিহোৱাৰ উদ্দেশে ধন্যবাদ কৰা শুভজনক ;
হে সৰ্ব্বোপৰি জনা, তোমাৰ নামৰ উদ্দেশে স্তুতিগান কৰা শুভজনক ;
[২] ৰাতিপুৱা তোমাৰ দয়া, প্ৰতিৰাতি তোমাৰ বিশ্বস্ততা,
[৩] দহ গুণীয়া যন্ত্ৰ ও নেবল যন্ত্ৰেৰে, আৰু বীণাৰ গম্ভীৰ স্বৰেৰে প্ৰকাশ কৰাই শুভজনক।
[৪] কিয়নো, হে যিহোৱা, তুমি আপোন কৰ্ম্মৰ দ্বাৰায় মোক আনন্দিত কৰিছা ;
ময় তোমাৰ হাতে কৰা কাৰ্য্যত আনন্দ-ধ্বনি কৰিম।
[৫] হে যিহোৱা, তোমাৰ কাৰ্য্যবোৰ কেনে মহৎ !
তোমাৰ সঙ্কল্পবোৰ অতি গম্ভীৰ।
[৬] পশুতুল্য লোকে নেজানে,
আৰু মূৰ্খই নুবুজে, যে,
[৭] দুষ্টবোৰে চিৰকাললৈকে বিনষ্ট হবৰ অৰ্থেহে তৃণৰ দৰে ঠন ধৰে,
আৰু দুৰাচাৰীবোৰ প্ৰফুল্লিত হয়।
[৮] কিন্তু হে যিহোৱা, তুমি সদাকাললৈকে উচ্চস্থানত থাকোঁতা ;
[৯] কিয়নো, হে যিহোৱা, দেখা, তোমাৰ শত্ৰুবোৰ উচ্ছন্ন হব ;
কিয়নো দেখা, তোমাৰ বৈৰীবোৰ বিনষ্ট হব ;
সকলো কুকৰ্ম্মীবোৰ ছিন্ন-ভিন্ন হব।
[১০] কিন্তু তুমি মোৰ শিঙ্গ মেথনৰ শিঙ্গৰ দৰে উন্নত কৰিলা ;
ময় নতুন তেলেৰে অভিষিক্ত হলোঁ।
[১১] আৰু মোৰ চকুৱে মোৰ শত্ৰুবোৰৰ ওপৰত বাঞ্ছা সিদ্ধ হোৱা দেখিলে ;
মোৰ কাণে মোৰ বিৰুদ্ধে উঠা কুকৰ্ম্মীহঁতৰ ওপৰত মোৰ ইচ্ছা সিদ্ধ হোৱা কথা শুনিবলৈ পালে।
[১২] ধাৰ্ম্মিক লোক খৰ্জ্জুৰ গছৰ দৰে জকমকাব,
লিবানোনৰ এৰচ বৃক্ষৰ নিচিনাকৈ বাঢ়িব।
[১৩] যিবিলাকক যিহোৱাৰ গৃহত ৰোৱা হয়,
সিবিলাক আমাৰ চোঁতাল কেইখনত প্ৰফুল্লিত হব।
[১৪] যিহোৱা যে যাথাৰ্থিক,

আৰু তেওঁ যে মোৰ শিলা, তেওঁত একো
অন্যায় নাই, ইয়াকে দেখুৱাবৰ নিমিত্তে,
১৫ সিবিলাকে বৃদ্ধ কালতো ফল ধৰিব,
সিবিলাক ৰসাল আৰু কেঁচাপতীয়া হব।

৯৩ যিহোৱাই ৰাজত্ব কৰিছে, তেওঁ মহিমাৰে
সুসজ্জিত ;
যিহোৱাই সুসজ্জিত হৈ পৰাক্ৰমেৰে আপোন
কৰ্কাল বান্ধিলে ;
জগতখনো লৰচৰ হব নোৱৰাকৈ স্থাপিত
হল।
২ তোমাৰ সিংহাসন পূৰ্ব্বকালৰে পৰা স্থাপিত ;
তুমি অনাদি কালৰে পৰা আছা।
৩ হে যিহোৱা, নদীবোৰে কোঢ়াল কৰিছে,
নদীবোৰে আপোন আপোন কোঢ়ালৰ শবদ
শুনাইছে ;
নদীবোৰে আপোন আপোন ঢৌ তুলিছে।
৪ মহাজলসমূহৰ খলকনিত্কৈয়ো,
সমুদ্ৰৰ প্ৰচণ্ড ঢৌবোৰত্কৈয়ো
সৰ্ব্বোপৰি যিহোৱা বলবান।
৫ তোমাৰ সাক্ষ্যবোৰ অতি বিশ্বাসৰ যোগ্য ;
হে যিহোৱা, পবিত্ৰতা সদাকাল তোমাৰ গৃহৰ
শোভা।

৯৪ হে প্ৰতিফল দিওঁতা ঈশ্বৰ যিহোৱা,
হে প্ৰতিফল দিওঁতা ঈশ্বৰ, দীপ্তি প্ৰকাশ
কৰা।
২ হে পৃথিবীৰ বিচাৰকৰ্ত্তা, উঠা,
অহঙ্কাৰীবোৰক সিহঁতৰ প্ৰতিফল দিয়া।
৩ হে যিহোৱা, দুষ্টবোৰে নো কিমান কাল ৰঙ্গ
কৰিব ?
দুষ্টবোৰে নো কিমান কাল উল্লাস কৰিব ?
৪ সিহঁতে বক্বকাই অহঙ্কাৰেৰে কথা কয় ;
সকলো কুকৰ্ম্মীবোৰে গৰ্ব্ব কৰে।
৫ হে যিহোৱা, সিহঁতে তোমাৰ প্ৰজাবিলাকক
গুড়ি কৰে,
তোমাৰ অধিপত্যক দুঃখ দিয়ে।
৬ সিহঁতে বিধৱা আৰু বিদেশী লোকক বধ কৰে,
আৰু পিতৃহীনবিলাকক হত্যা কৰে।
৭ সিহঁতে কয়, "যিহোৱাই নেদেখিব,
যাকোবৰ ঈশ্বৰে মন নকৰিব।"
৮ হে প্ৰজাবিলাকৰ মাজৰ পশুতুল্য লোক,
বিবেচনা কৰা ;
হে অজ্ঞানবিলাক, কেতিয়া নো তোমালোক
জ্ঞানৱন্ত হবা ?
৯ যি জনাই কাণ স্থাপন কৰিলে, তেওঁ জানো
নুশুনিব ?
যি জনাই চকু নিৰ্ম্মাণ কৰিলে, তেওঁ জানো
নেদেখিব ?
১০ যি জনাই জাতিবিলাকক শাস্তি দিয়ে,
যি জনাই মানুহক শিক্ষা দিয়ে, তেৱেঁই জানো
দণ্ড নিদিব।
১১ মানুহৰ কল্পনাবোৰ যে অসাৰ,
তাক যিহোৱাই জানে।
১২ দুষ্টৰ নিমিত্তে গাঁত খন্দা নোহোৱালৈকে
সঙ্কটৰ কালৰ পৰা জিৰণি দিবৰ অৰ্থে
১৩ যাক তুমি শাস্তি দিয়া,
আৰু আপোন ব্যৱস্থাৰ পৰা শিক্ষা দিয়া, সেই
মানুহ ধন্য।
১৪ কিয়নো যিহোৱাই আপোন প্ৰজাবিলাকক
ত্যাগ নকৰিব,
আৰু আপোন আধিপত্য নেৰিব।
১৫ কাৰণ ন্যায় বিচাৰ ধাৰ্ম্মিকতাৰ ওচৰলৈ উভটি
আহিব,
আৰু সৰল-চিত্তীয়াবিলাক তাৰ অনুগামী হব।
১৬ মোৰ ফলীয়া হৈ দুষ্টবোৰৰ বিৰুদ্ধে কোন
উঠিব ?
মোৰ ফলীয়া হৈ কুকৰ্ম্মীবোৰৰ অহিতে কোন
থিয় হব ?
১৭ যিহোৱা মোৰ সহায় নোহোৱা হলে,
মোৰ প্ৰাণ শীঘ্ৰে নিষমৰ ঠাইত বসতি কৰিলে-
হেঁতেন।
১৮ যেতিয়া মই কলোঁ, যে, মোৰ ভৰি পিচলিছে,
তেতিয়া, হে যিহোৱা, তোমাৰ দয়াই মোক
ধৰি ৰাখিলে।
১৯ মোৰ আন্তৰিক চিন্তাৰ বাহুল্যত,
তুমি দিয়া সান্ত্বনাই মোৰ মন আনন্দিত কৰে।
২০ যি দুষ্টতাৰ সিংহাসনে বিধি স্থাপন কৰি অপ-
কাৰ কৰে,
এনে সিংহাসনে তোমাৰ লগত সম্পৰ্ক ৰাখিব
নে ?
২১ সিহঁতে ধাৰ্ম্মিকৰ প্ৰাণৰ বিৰুদ্ধে গোট খায় ;

সিহঁতে রক্তপাত করিবর নিমিত্তে নির্দ্দোষীক দোষী করে।
[22] কিন্তু যিহোৱা মোর উচ্চ দুর্গ,
ঈশ্বর মোর আশ্রয়র শিলা।
[23] তেওঁ সিহঁতর অপরাধ সিহঁতকে ভোগ করাইছে,
আরু সিহঁতর নিজর অধর্ম্মতে সিহঁতক বিনষ্ট করিব;
আমার ঈশ্বর যিহোৱাই সিহঁতক বিনষ্ট করিব।

**৯৫** আহাঁ, আমি যিহোৱার উদ্দেশে গান করোঁহক,
আমার পরিত্রাণর শিলার অর্থে আনন্দ-ধ্বনি করোঁহক।
[2] আহাঁ, আমি ধন্যবাদেরে তেওঁর আগলৈ যাওঁহক,
আরু স্তুতি-গানেরে তেওঁর আগত আনন্দ-ধ্বনি করোঁহক।
[3] কিয়নো যিহোৱা মহান ঈশ্বর,
আরু আটাই দেৱতাবোরর ওপরত মহান রজা।
[4] পৃথিবীর অগাধ ঠাইবোর তেওঁর হাতত আছে;
পর্ব্বতবোরর টিংবোরো তেওঁরেই।
[5] সমুদ্রও তেওঁরেই, তেৱেঁই তাক সৃজিলে;
তেওঁর হাতে শুকান ভূমি নির্ম্মাণ করিলে।
[6] আহাঁ, আমি আঁঠু পারি প্রণিপাত করোঁহক,
আমার সৃষ্টিকর্ত্তা যিহোৱার আগত আঁঠু পারোঁহক;
[7] কিয়নো তেওঁ আমার ঈশ্বর,
আরু আমি তেওঁর চরণী পথারর মেরস্বরূপ প্রজা আরু তেওঁর হাতর মের।
"আজিয়েই তোমালোকে তেওঁর মাত শুনা হলে, কেনে ভাল আছিল!
[8] যেনেকৈ মিরীবাত আরু অরণ্যর মাজত মচ্ছার ঘটনার দিনত করিছিলা,
তেনেকৈ আপোন আপোন মন কঠিন নকরিবা।
[9] তেতিয়া তোমালোকর ওপর-পিতৃবিলাকে মোক পরীক্ষা করি
মোর প্রমাণ চালে, আরু মোর কর্ম্মও দেখিলে।
[10] চল্লিশ বছরলৈকে ময় সেই কালর পুরুষবিলাকত বেজার পাইছিলোঁ,
আরু কৈছিলোঁ, যে, ইহঁত ভ্রান্ত-চিত্তীয়া লোক,
ইহঁতে মোর পথ নেজানে;
[11] এই হেতুকে ময় আপোন ক্রোধত শপথ করি কলোঁ, যে,
ইহঁত মোর বিশ্রামত নোসোমাব।"

**৯৬** তোমালোকে যিহোৱার উদ্দেশে নতুন গীত গোৱা;
হে সমুদায় পৃথিবি, যিহোৱার উদ্দেশে গীত গোৱা।
[2] যিহোৱার উদ্দেশে গান করা, তেওঁর নামর ধন্যবাদ করা;
দিনে দিনে তেওঁর পরিত্রাণ প্রচার করা।
[3] জাতিবিলাকর মাজত তেওঁর গৌরব প্রকাশ করা,
সমুদায় লোকসমূহর মাজত তেওঁর আশ্চরিত কর্ম্ম বর্ণনা করা।
[4] কিয়নো যিহোৱা মহান, আরু অতি প্রশংসনীয়,
তেওঁ আটাই দেৱতাতকৈ ভয়ানক।
[5] কিয়নো জাতিবিলাকর আটাই দেৱতা ছাঁ মাথোন,
কিন্তু যিহোৱাইহে আকাশ-মণ্ডল সৃষ্টি করিলে।
[6] মহিমা আরু প্রতাপ তেওঁর আগত আছে;
তেওঁর পবিত্রস্থানত পরাক্রম আরু সৌন্দর্য্য থাকে।
[7] হে জাতিবিলাকর গোষ্ঠীবিলাক, তোমালোকে যিহোৱার গৌরব কীর্ত্তন করা,
যিহোৱার গৌরব আরু মহিমা কীর্ত্তন করা।
[8] যিহোৱার উদ্দেশে তেওঁর নামর যোগ্য গৌরব কীর্ত্তন করা,
উপহারে সৈতে তেওঁর চোঁতাল কেইখনত সোমোৱা।
[9] পবিত্র শোভারে যিহোৱার আগত প্রণিপাত করা;

হে সমুদায় পৃথিবি, তেওঁর সাক্ষাতে কম্পমান
হোৱা।
[১০] তোমালোকে জাতিবিলাকর মাজত কোৱা,
"যিহোৱাই রাজত্ব করিছে;
জগতখনো লরচর নোহোৱাকৈ স্থাপিত হৈছে;
তেওঁ জাতিবিলাকর ন্যায় বিচার করিব।"
[১১] আকাশ-মণ্ডলে আনন্দ করোক, আরু পৃথিবী
উল্লাসিত হওক;
সমুদ্র আরু তার সকলোৱে গর্জ্জন করোক।
[১২] পথার আরু তাত থকা সকলোও উল্লাসিত
হওক;
তেতিয়া জারণির আটাই গছে আনন্দ-গান
করিব;
[১৩] যিহোৱার সাক্ষাতেই করিব, কিয়নো তেওঁ
আহিছে;
তেওঁ পৃথিবীর বিচার করিবলৈ আহিছে।
তেওঁ ধার্ম্মিকতারে জগতখনর,
আরু আপোন বিশ্বস্ততারে জাতিবিলাকর
বিচার করিব।

**৯৭** যিহোৱাই রাজত্ব করিছে, পৃথিবী উল্লা-
সিত হওক;
দ্বীপসমূহেও আনন্দ করোক।
[২] মেঘ আরু অন্ধকার তেওঁর চারিওফালে
আছে;
ধার্ম্মিকতা আরু ন্যায় বিচারেই তেওঁর সিংহা-
সনর ভিত্তিমূল।
[৩] তেওঁর আগে আগে অগ্নি চলি,
চারিওফালে তেওঁর শত্রুবোরক দগ্ধ করিছে।
[৪] তেওঁর বিজুলীর চমকে জগতখনক প্রকাশ
করিলে;
তাকে দেখি পৃথিবী কম্পমান হল।
[৫] যিহোৱার আগত পর্ব্বতবোর মমর দরে পমি
গল,
গোটেই পৃথিবীর প্রভুর সাক্ষাতে পমি গল।
[৬] আকাশ-মণ্ডলে তেওঁর ধার্ম্মিকতা প্রকাশ
করিলে,
আরু সকলো জাতিয়ে তেওঁর গৌরব দেখিলে।
[৭] যিবোরে কটা-প্রতিমাক সেৱা করে,
আরু অসার বস্তুতে গর্ব্ব করে, সেই সকলো
লজ্জিত হওক;
হে আটাই দেৱতা, তেওঁক প্রণিপাত করা।
[৮] হে যিহোৱা, তোমার সুবিচারর কথা শুনি
চিয়োন আনন্দিত হল,
আরু যিহুদার জীয়ারীবিলাকে উল্লাস করিলে।
[৯] কিয়নো হে যিহোৱা, তুমিয়েই সমুদায় পৃথি-
বীর সর্ব্বোপরি জনা;
তুমি সকলো দেৱতাতকৈ অতি উন্নত।
[১০] হে যিহোৱাক প্রেম করোঁতাবিলাক, দুষ্টতাক
ঘিণ করা;
তেওঁ আপোন সাধুবিলাকর প্রাণ রক্ষা করে,
দুষ্টবোরর হাতর পরা সিবিলাকক উদ্ধার
করে।
[১১] ধার্ম্মিকর নিমিত্তে পোহর,
আরু সরল-চিত্তীয়াবিলাকর নিমিত্তে আনন্দ
সিঁচি দিয়া হয়।
[১২] হে ধার্ম্মিক লোকবিলাক, যিহোৱাত আনন্দ
করা,
তেওঁর পবিত্র নামর ধন্যবাদ করা।

**৯৮** গীত।

[১] তোমালোকে যিহোৱার উদ্দেশে নতুন গীত
গোৱা;
কিয়নো তেওঁ নানা আশ্চরিত কর্ম্ম করিলে;
তেওঁর সোঁ হাতে আরু পবিত্র বাহুৱে তেওঁর
পক্ষে পরিত্রাণ সাধন করিলে।
[২] যিহোৱাই আপোন পরিত্রাণ জনালে,
তেওঁ জাতিবিলাকর সাক্ষাতে আপোন ধার্ম্মি-
কতা প্রকাশ করিলে।
[৩] তেওঁ ইস্রায়েল বংশলৈ আপোন দয়া আরু
বিশ্বস্ততা সুঁৱরিলে;
পৃথিবীর সকলো সীমার লোকে আমার ঈশ্বরর
পরিত্রাণ দেখিলে।
[৪] হে সমুদায় পৃথিবি, যিহোৱার উদ্দেশে আনন্দ-
ধ্বনি করা;
মুখ মেলি আনন্দ-গান করা, এনে কি, প্রশং-
সার গীত গোৱা।
[৫] বীণারে যিহোৱার উদ্দেশে প্রশংসার গান
করা,
বীণা আরু সুস্বরেরে প্রশংসার গান করা।
[৬] তূরীরে আরু শিঙার শবদেরে

রজা যিহোবার আগত জয়ধ্বনি করা।
[৭] সমুদ্র আরু তার সকলোরেই গর্জ্জন করোক ;
জগত আরু তার নিবাসীবিলাকেও গর্জ্জন করোক।
[৮] নদ-নদীবোরে হাত-তালি দিওক ;
পর্ব্বতবোরে একেলগে আনন্দ-গান করোক ;
[৯] যিহোবার সাক্ষাতেই করোক, কিয়নো তেওঁ পৃথিবীর বিচার করিবলৈ আহিছে :
তেওঁ ধার্ম্মিকতারে জগতখনর, আরু ন্যায়েরে জাতিবিলাকর বিচার করিব।

**৯৯** যিহোবাই রাজত্ব করিছে, জাতিবিলাক কম্পমান হওক ;
তেওঁ করূবর মাজত বহি আছে, পৃথিবী লরিছে।
[২] যিহোবা চিয়োনত মহান, তেওঁ সমুদায় জাতির ওপরত উন্নত।
[৩] তোমার মহৎ আরু ভয়ানক নামর প্রশংসা হওক ;
তেওঁ পবিত্র।

[৪] রজার বলো সুবিচারপ্রিয় :
তুমি ন্যায় বিচার স্থাপন করিলা ;
তুমিয়েই যাকোবর মাজত সুবিচার আরু ধার্ম্মিকতা সাধন করিলা।
[৫] তোমালোকে আমার ঈশ্বর যিহোবার গৌরব কীর্ত্তন করা,
আরু তেওঁর ভরি-পিরার সম্মুখত প্রণিপাত করা ;
তেওঁ পবিত্র।

[৬] তেওঁর পুরোহিতবিলাকর মাজর মোচি আরু হারোণে,
আরু তেওঁর নামেরে প্রার্থনা করাবিলাকর মাজর চমূরেলে
যিহোবার আগত প্রার্থনা করিলত, তেওঁ তেওঁবিলাকক উত্তর দিছিল।
[৭] তেওঁ মেঘ-স্তম্ভত থাকি তেওঁবিলাকক কথা কৈছিল ;
তেওঁবিলাকে তেওঁর সাক্ষ্যবিলাক, আরু তেৱেঁই দিয়া বিধি পালন করিছিল।
[৮] হে আমার ঈশ্বর যিহোবা, তুমিয়েই তেওঁবিলাকক উত্তর দিছিলা ;
যদিও তুমি তেওঁবিলাকর কর্ম্মর প্রতিফল দিছিলা,
তথাপি তুমিয়েই তেওঁবিলাকক ক্ষমা করোঁতা ঈশ্বর আছিলা।
[৯] তোমালোকে আমার ঈশ্বর যিহোবার গৌরব কীর্ত্তন করা,
আরু তেওঁর পবিত্র পর্ব্বতর সম্মুখত প্রণিপাত করা ;
কিয়নো আমার ঈশ্বর যিহোবা পবিত্র।

**১০০** ধন্যবাদার্থক গীত।

[১] হে সমুদায় পৃথিবি, যিহোবার উদ্দেশে জয়ধ্বনি করা।
[২] আনন্দেরে যিহোবার সেবা করা ;
গানেরে সৈতে তেওঁর আগত উপস্থিত হোবা।
[৩] যিহোবা যে ঈশ্বর, ইয়াকে জানা ;
তেওঁহে আমাক নির্ম্মাণ করিলে, আমি তেওঁরেই ;
আমি তেওঁর প্রজা, আরু তেওঁর চরণী পথারর মের।
[৪] ধন্যবাদেরে তেওঁর দুৱারবোরত,
আরু প্রশংসারে তেওঁর চোঁতাল কেইখনত সোমোবা ;
তেওঁর স্তুতি করা, তেওঁর ধন্যবাদ করা।
[৫] কিয়নো যিহোবা মঙ্গলময়, তেওঁর দয়া চির-স্থায়ী ;
তেওঁর বিশ্বস্ততা সর্ব্বপুরুষলৈকে থাকে।

**১০১** দায়ূদর রচিত গীত।

[১]ময় দয়া আরু সুবিচারর বিষয়ে গীত গাম ;
হে যিহোবা, ময় তোমারেই প্রশংসার গান করিম।
[২] ময় সাৱধানে সিদ্ধ পথত চলিম ;
তুমি কেতিয়া মোর ওচরলৈ আহিবা ?
মোর ঘরত ময় শুদ্ধ মনেরে আচরণ করিম।
[৩] ময় কোনো জঘন্য বিষয় মোর চকুর আগত নেরাখিম ;

ময় বিপথে যোৱাবোরর কাম ঘিণ কৰোঁ,
সেয়ে মোত লাগি নেথাকিব।
[৪] কুটিল মনর লোক মোর পরা দূরলৈ যাব ;
দুষ্টতার লগত মোর সম্পর্ক নাই।
[৫] যি জনে ওচর-চুবুরীয়াক গুপুতে চর্চ্চে, তাক ময় উচ্ছন্ন করিম ;
গর্ব্বী চকুৱা আরু অহঙ্কারী মনর লোকক ময় সহিব নোৱারোঁ।
[৬] দেশর বিশ্বাসীবিলাক যেন মোর লগত থাকিব, এই নিমিত্তে ময় সিবিলাকলৈ চকু রাখিম ;
সিদ্ধ পথত চলোঁতা জনেই মোর পরিচারক হব।
[৭] ছল করোঁতা জনে মোর গৃহর ভিতরত বাস নকরিব ;
মিছলীয়া লোক মোর চকুর আগত থিরে নেথাকিব।
[৮] যিহোৱার নগরর পরা সমুদায় দুরাচারীবোরক উচ্ছন্ন করিবর নিমিত্তে,
ময় প্রতিরাতিপুৱাতে দেশর আটাই দুষ্টক বিনষ্ট করিম।

## ১০২ দুঃখিত জনে ব্যাকুল হৈ যিহোৱার আগত আপোন মনর কথা ভাঙ্গি কোৱা কালর প্রার্থনা।

[১] হে যিহোৱা, মোর প্রার্থনা শুনা ;
মোর কাতরোক্তি তোমার আগত উপস্থিত হওক।
[২] মোর সঙ্কটর কালত মোর পরা মুখ লুকুৱাই নেরাখিবা ;
মোলৈ কাণ পাতা ;
ময় প্রার্থনা করা কালত শীঘ্রে মোক উত্তর দিয়া।
[৩] কিয়নো ধূঁৱার নিচিনাকৈ মোর দিনবোর ঢুকাইছে,
মোর অস্থিবোর জ্বলি থকা খরির নিচিনাকৈ পুরিছে।
[৪] র'দত শুকাই যোৱা ঘাঁহর নিচিনাকৈ মোর হৃদয় শুকাই গৈছে ;
এনে কি, ময় ভোজন করিবলৈ পাহরি গৈছোঁ।
[৫] ময় বড়কৈ কেঁকোৱার নিমিত্তে মোর হাড়ে-ছালে লাগিল।
[৬] ময় অরণ্যর ঢেঁরা চরাইর নিচিনা হলোঁ,
আরু উচ্ছন্ন হোৱা ঠাইর ফেঁচার দরে হলোঁ।
[৭] ময় জাগি আছোঁ ;
ময় ঘরর চালত থকা অকলসরীয়া ঘনচিরিকার সদৃশ হলোঁ।
[৮] মোর শত্রুবোরে ওরেদিন্‌টো মোক বিকর্ষে ;
যিবোর মোর বিরুদ্ধে খঙত বলীয়া, সিহঁতে মোর নাম ধরি শাও দিয়ে।
[৯] কিয়নো তোমার ক্রোধ আরু কোপর নিমিত্তে ময় আহারস্বরূপে ছাই খাওঁ,
আরু মোর পেয় দ্রব্যর লগত চকু-লো মিহলি করোঁ ;
[১০] কারণ তুমি মোক ওপরলৈ তুলি, পেলাই দিলা।
[১১] মোর দিন আবেলি পরর ছাঁর নিচিনা ;
ময় তৃণর দরে শুকাই গৈছোঁ।

[১২] কিন্তু, হে যিহোৱা, তুমি হলে সদাকাল থাকোঁতা ;
তোমার সোঁৱরণ পুরুষানুক্রমে থাকিব।
[১৩] তুমি উঠি চিয়োনলৈ কৃপা করিবা ;
কিয়নো তালৈ দয়া করিবর কাল হৈছে,
এনে কি, নিরূপিত সময় উপস্থিত।
[১৪] কারণ তোমার দাসবিলাকে তার শিলবোরত সন্তোষ পায়,
আরু তার ধূলিলৈ কৃপা করে।
[১৫] তাতে জাতিবিলাকে যিহোৱার নামলৈ,
আরু পৃথিবীর সমুদায় রজাবিলাকে তোমার গৌরৱলৈ ভয় করিব।
[১৬] কিয়নো যিহোৱাই চিয়োন নির্ম্মাণ করিলে,
তেওঁ আপোন গৌরৱেরে দর্শন দিলে।
[১৭] তেওঁ দীনহীনবিলাকর প্রার্থনালৈ মন দিলে ;
তেওঁ সিবিলাকর প্রার্থনা তুচ্ছজ্ঞান নকরিলে।
[১৮] যি কালত ঈশ্বরর সেৱা করিবর নিমিত্তে,
জাতিবিলাকক আরু রাজ্যসমূহক গোট খুৱা হব,
[১৯] সেই কালত সিবিলাকে যেন চিয়োনত যিহো-ৱার নাম প্রকাশ করে,

আৰু যিৰূচালেমত তেওঁৰ প্ৰশংসা কীৰ্ত্তন কৰে,
২০ এই নিমিত্তে বন্দীয়াৰৰ হুমুনিয়াহ শুনিবলৈ,
আৰু মৃত্যুলৈ নিৰূপিত হোৱা লোকক মুক্ত কৰিবলৈ,
২১ তেওঁ যে আপোন পবিত্ৰ উচ্চস্থানৰ পৰা তললৈ দৃষ্টি কৰিলে,
যিহোৱাই যে স্বৰ্গৰ পৰা পৃথিবীলৈ চালে,
২২ এই কথা ভাবি-বংশলৈ লিখা যাব,
আৰু এই কথাৰ কাৰণে, পাছত সৃষ্টি কৰিব লগীয়া জাতিয়ে যিহোৱাৰ প্ৰশংসা কৰিব।

২৩ তেওঁ পথত মোৰ বল হ্ৰাস কৰিলে ;
তেওঁ মোৰ আয়ুস চুটী কৰিলে।
২৪ ময় কওঁ, হে মোৰ ঈশ্বৰ, মোৰ আধা বয়সত মোক নিনিবা ;
তোমাৰ বছৰবোৰ সৰ্ব্বপুৰুষলৈকে থাকে।
২৫ তুমি আদিতে পৃথিবীৰ মূল স্থাপন কৰিলা,
আৰু আকাশ-মণ্ডল তোমাৰ হাতৰ কাৰ্য্য।
২৬ সেইবোৰ নষ্ট হব, কিন্তু তুমি নিত্য ;
সেই সকলোৱেই কাপড়ৰ দৰে জীৰ্ণ হৈ যাব ;
বস্ত্ৰৰ নিচিনাকৈ তুমি সেইবোৰক সলাবা ;
তাতে সেইবোৰৰ পৰিবৰ্ত্তন হব।
২৭ কিন্তু তুমি হলে সদায় একে,
তোমাৰ বছৰৰ কেতিয়াও শেষ নহব।
২৮ তোমাৰ দাসবিলাকৰ সন্তানবিলাক সদায় থাকিব,
আৰু সিবিলাকৰ বংশ তোমাৰ সাক্ষাতে থিৰে থাকিব।

## ১০৩ দায়ূদৰ ৰচিত গীত।

১ হে মোৰ মন, যিহোৱাৰ ধন্যবাদ কৰা ;
হে মোৰ অন্তৰত থকাবিলাক, তেওঁৰ পবিত্ৰ নামৰ ধন্যবাদ কৰা।
২ যি জনাই তোমাৰ সকলো অপৰাধ ক্ষমা কৰে,
তোমাৰ সকলো ৰোগ সুস্থ কৰে,
৩ যি জনাই তোমাৰ প্ৰাণ বিনাশৰ পৰা মুক্ত কৰে,
যি জনাই দয়া আৰু নানা প্ৰকাৰ করুণাৰ মুকুটেৰে তোমাক বিভূষিত কৰে,
৪ যি জনাই কুৰৰ পক্ষীৰ দৰে তোমাৰ যৌবন-কাল নতুন হব পৰাকৈ
তোমাৰ মুখ উত্তম বস্তুৰে তৃপ্ত কৰে,
৫ হে মোৰ মন, সেই যিহোৱাৰ ধন্যবাদ কৰা,
আৰু তেওঁৰ সকলো উপকাৰ নেপাহৰিবা।
৬ যিহোৱাই ধৰ্ম্ম-কাৰ্য্য সিদ্ধ কৰে,
আৰু উপদ্ৰৱ পোৱাবিলাকৰ নিমিত্তে বিচাৰ নিস্পত্তি কৰে।
৭ তেওঁ মোচিক আপোন পথবোৰ,
ইস্ৰায়েলৰ সন্তানবিলাকক আপোন কাৰ্য্য জনালে।
৮ যিহোৱা কৃপা আৰু দয়াৰে পৰিপূৰ্ণ,
ক্ৰোধত ধীৰ আৰু দয়াত মহান।
৯ তেওঁ সদায় ধমকি দি নেথাকিব,
তেওঁ সদাকাললৈকে ক্ৰোধো নেৰাখিব।
১০ তেওঁ আমাৰ পাপ অনুসাৰে আমালৈ কাৰ্য্য কৰা নাই,
আমাৰ অধৰ্ম্ম অনুসাৰে আমাক প্ৰতিফল দিয়া নাই।
১১ কিয়নো পৃথিবীতকৈ আকাশ-মণ্ডল যিমান ওখ,
তেওঁলৈ ভয় ৰাখোঁতাবিলাকলৈকো তেওঁৰ অনুগ্ৰহ সিমান মহৎ।
১২ পূবৰ পৰা পশ্চিমলৈ যিমান দূৰ,
তেওঁ আমাৰ অপৰাধো আমাৰ পৰা সিমান দূৰ কৰিলে।
১৩ বাপেকে আপোন সন্তানক স্নেহ কৰাৰ দৰে,
যিহোৱাই তেওঁলৈ ভয় ৰাখোঁতাবিলাকক কৃপা কৰে ;
১৪ কিয়নো তেওঁৱেই আমাৰ গঠন জানে,
আমি যে ধূলি মাথোন, তাক তেওঁ সোঁৱৰণ কৰে।
১৫ মানুহৰ আয়ুস হলে তৃণৰ নিচিনা ;
পথাৰৰ ফুলৰ দৰে সি প্ৰফুল্লিত হয়।
১৬ কিয়নো তাৰ ওপৰেদি বায়ু বলালেই সি নাই-কিয়া হব,
আৰু তাৰ ঠায়ে তাক আৰু চিনি নেপাব।
১৭ কিন্তু যিবিলাকে যিহোৱাৰ নিয়মটী ৰক্ষা কৰে,
আৰু তেওঁৰ আদেশবোৰ পালন কৰিবলৈ সোঁৱৰণ কৰে,
১৮ তেওঁৰ এনে ভয়কাৰীবিলাকৰ ওপৰত তেওঁৰ

দয়া অনাদি কালর পরা অনন্ত কাললৈকে থাকে,
আরু সিবিলাকর পো-নাতিবিলাকর ওপরত তেওঁর ধার্ম্মিকতা থিরে থাকে।
[১৯] যিহোৱাই স্বৰ্গত আপোন সিংহাসন স্থাপন করিলে,
আরু তেওঁর শাসন সকলোরে ওপরত আছে।
[২০] হে যিহোৱার দূতবিলাক, তেওঁর ধন্যবাদ করা ;
তেওঁর বাক্যলৈ কাণ পাতি তেওঁর বাক্য সিদ্ধ করোঁতা হে পরাক্রমী বীরবিলাক,
তেওঁর ধন্যবাদ করা।
[২১] হে যিহোৱার বাহিনীসমূহ, যিহোৱার ধন্যবাদ করা ;
হে যিহোৱার ইচ্ছা পূর করোঁতা তেওঁর পরিচারকবিলাক, তেওঁর ধন্যবাদ করা।
[২২] হে যিহোৱার কাৰ্য্যবিলাক, তেওঁর রাজ্যর সকলো ঠাইত তেওঁর ধন্যবাদ করা ;
হে মোর মন, যিহোৱার ধন্যবাদ করা।

**১০৪** হে মোর মন, যিহোৱার ধন্যবাদ করা।
হে মোর ঈশ্বর যিহোৱা, তুমি অতি মহান ;
তুমি মহিমা আরু প্রতাপেরে বিভূষিত।
[২] তুমি বস্ত্রর দরে দীপ্তি পিন্ধিছা,
চন্দ্রতাপর নিচিনাকৈ আকাশ-মণ্ডল বিস্তার করিছা।
[৩] যি জনাই জলরাশিত আপোনার থোঁটালীর কাঠবোর বহুৱায়,
যি জনাই আপোনার মেঘবোর আপোনার রথ করে,
যি জনাই বায়ুরূপ ডেউকারে অহা-যোৱা করে,
[৪] যি জনাই বতাহবোরক আপোনার দূত,
আরু আপোনার পরিচারকবিলাকক অগ্নি-শিখাস্বরূপ করে, সেই জনা তুমিয়েই।
[৫] কেতিয়াও লরচর নোহোৱাকৈ তেওঁ পৃথিবীর মূল স্থাপন করিলে।
[৬] তুমি ভাক বস্ত্রর নিচিনাকৈ গভীর জলেরে আচ্ছাদন করিলা ;
পৰ্ব্বতবোরর ওপরলৈ জলসমূহ উঠিল।
[৭] তোমার ধম্‌কিত সেইবোর পলাল ;
তোমার গর্জ্জনর শবদত সেইবোর বেগেরে গুচি গল।
[৮] পৰ্ব্বতবোর ওখ, আরু উপত্যকাবোর চাপর হল ;
তুমি নিরূপণ করা ঠাইলৈ জলসমূহ গল।
[৯] সেইবোরে পার হব নোৱরাকৈ,
সেইবোরে পৃথিবীক ঢাকিবলৈ উলটি আহিব নোৱরাকৈ,
তুমি এটী সীমা স্থাপন করিলা।
[১০] তেওঁ উপত্যকাইদি ভুমুকর পানী পঠাই দিয়ে ;
সেইবোর পৰ্ব্বতর মাজেদি বৈ যায়।
[১১] সেইবোরত সকলো বনরীয়া পশুৱে পান করে ;
সেইবোরর দ্বারায় বনরীয়া গাধবোরে তৃষ্ণা পলুৱায়।
[১২] সেইবোরর দাঁতিত আকাশর পক্ষীবোরে বাহ লয়,
গছর ডালবোরর মাজত গান করে।
[১৩] তেওঁ আপোনার ওপর-থোঁটালীর পরা পৰ্ব্বতবোরত পানী দিয়ে ;
তেওঁর কৰ্ম্মর ফলেরে পৃথিবীখন পরিতৃপ্ত হয়।
[১৪] তেওঁ পৃথিবীর পরা আহার উলিয়াবলৈ,
পশুবোরর নিমিত্তে ঘাঁহ, মানুহর ব্যৱহারর নিমিত্তে শস্য গজায় ;
[১৫] মানুহর মন আনন্দিত করোঁতা দ্রাক্ষারস,
মুখ উজ্জ্বল করোঁতা তেল,
আরু চিত্ত সবল করোঁতা আহার তেওঁ উৎপন্ন করে।
[১৬] য'ত চরাইবোরে বাহ লয়, যিহোৱার এনে গছবোর,
তেওঁ রোৱা লিবানোনর এনে এরচ বৃক্ষবোর পরিতৃপ্ত হয়।
[১৭] বড়টোকোলার পক্ষে হলে, দেবদারু বৃক্ষবোরেই সিহঁতর ঘর।
[১৮] ওখ পৰ্ব্বতবোর বনরীয়া ছাগর থকা ঠাই ;
শিলবোর চাফন পশুর আশ্রয়স্থান।
[১৯] তেওঁ সময় নিরূপণ করিবর নিমিত্তে চন্দ্র নিৰ্ম্মাণ করিলে ;
সূৰ্য্যই আপোনার অস্ত যোৱা সময় জানে।
[২০] তুমি অন্ধকার করিলে রাতি হয় ;
তেতিয়া জারনির পশুবোর ওলাই ফুরে।
[২১] ডেকা সিংহবোরে পশু-চিকারত গর্জ্জন করে ;

সিহঁতে ঈশ্বরর পরা আপোনাবিলাকর আহার
বিচাৰে।
২২ সূর্য্য উদয় হলে সিহঁত গুচি গৈ
আপোন আপোন গাঁতত পড়ি থাকে।
২৩ মানুহে আপোন কামলৈ ওলাই
সন্ধ্যালৈকে শ্রম করে।
২৪ হে যিহোৱা, তোমার কার্য্য কিমান বহুবিধ !
জ্ঞানেরে তুমি সেই সকলোকে নির্ম্মাণ
করিলা ;
তোমার ঐশ্বর্য্যেরে পৃথিবীখন পরিপূর্ণ।
২৫ সৌৱা ডাঙর আরু বহল সমুদ্র,
তার মাজত বগাই ফুরা সরু বড় অসংখ্য উরগ
জন্তু আছে।
২৬ তাত জাহাজবোর চলে ;
তাত খেমালি করিবর নিমিত্তে নির্ম্মাণ করা
লিবিয়াথন জন্তু আছে।
২৭ তুমি উচিত সময়ত আহার দিবা বুলি ভাবি,
সিহঁত সকলোৱে তোমালৈ অপেক্ষা করি
আছে।
২৮ তুমি সিহঁতক যিহকে দিয়া, তাকে সিহঁতে
লয় ;
তুমি তোমার হাত মেলিলে, সিহঁত মঙ্গলেরে
পরিতৃপ্ত হয়।
২৯ তুমি আপোন মুখ ঢাকিলে সিহঁত ব্যাকুল হয় ;
তুমি সিহঁতর নিশ্বাস নিলেই, সিহঁত মরি পুন-
রায় আপোন ধূলিলৈ ওভটে।
৩০ তুমি আপোন আত্মা পঠালেই সিহঁতর সৃষ্টি
হয়,
আরু তুমি পৃথিবীখন নতুন করি থাকা।
৩১ যিহোৱার গৌরব সদাকাললৈকে থাকোক ;
যিহোৱাই আপোন কার্য্যবোরত আনন্দ
করোক।
৩২ তেওঁ পৃথিবীলৈ দৃষ্টি করিলে সেয়ে কম্পিত
হয় ;
তেওঁ পর্ব্বতবোর চুলেই সেইবোর ধূঁৱায়।
৩৩ ময় জীয়াই থাকোঁমানে যিহোৱার উদ্দেশে গান
করিম ;
ময় থকা কাললৈকে মোর ঈশ্বরর উদ্দেশে
প্রশংসার গীত গাম।
৩৪ তেওঁলৈ মোর ধ্যান মধুর হওক ;
ময় যিহোৱাত আনন্দ করিম।
৩৫ পৃথিবীর পরা পাপীবোর উচ্ছন্ন হওক ;
দুষ্টবোর আরু নেথাকোক।
হে মোর মন, যিহোৱার ধন্যবাদ করা।
তোমালোকে যিহোৱার প্রশংসা করা।

১০৫ যিহোৱার ধন্যবাদ করা, তেওঁর নামেরে
প্রার্থনা করা ;
জাতিবিলাকর মাজত তেওঁর কার্য্যবোর প্রকাশ
করা।
২ তেওঁর উদ্দেশে গীত গোৱা, তেওঁর উদ্দেশে
প্রশংসার গান করা ;
তেওঁর আশ্চরিত কার্য্যবোর ধ্যান করা।
৩ তোমালোকে তেওঁর পবিত্র নামর গৌরব
করা ;
যিহোৱাক বিচারোঁতাবিলাকর চিত্তে আনন্দ
করোক।
৪ তোমালোকে যিহোৱাক আরু তেওঁর শক্তি
বিচারা,
নিতৌ তেওঁর সাক্ষাৎ হবলৈ চেষ্টা করা।
৫ হে তেওঁর দাস অব্রাহামর বংশ,
হে তেওঁর মনোনীত লোক যাকোবর সন্তান-
বিলাক,
৬ তেওঁ করা আশ্চরিত কার্য্যবোর সোঁৱরণ
করা ;
তেওঁর অদ্ভুত লক্ষণ, আরু তেওঁর মুখর শাসন-
প্রণালীবোর সোঁৱরা।
৭ তেওঁ আমার ঈশ্বর যিহোৱা,
তেওঁর শাসন-প্রণালী সমুদায় পৃথিবীত প্রচ-
লিত হৈছে।
৮ তেওঁ আপোন নিয়মটী সদাকাললৈকে সোঁৱরণ
করে ;
তেওঁ হাজার হাজার পুরুষলৈকে আদেশ করা
বাক্যটী পালন করে।
৯ তেওঁ অব্রাহামে সৈতে স্থাপন করা নিয়মটী,
আরু ইচ্হাকর আগত করা শপথ সোঁৱরে।
১০ তেওঁ তাক যাকোবর নিমিত্তে এটী বিধি,
ইস্রায়েলর নিমিত্তে এটী অনন্ত নিয়ম বুলি
স্থির করি কৈছিল,
১১ ময় তোমাক কনান দেশ দিম,
তোমার স্বত্ব থকা আধিপত্য দিম।
১২ সেই কালত সিবিলাক লেখত কম আছিল,

এনে কি, অতি তাকর, আৰু তাত প্ৰবাসী আছিল ;

[১৩] আৰু সিবিলাকে এক জাতির পরা আন জাতিলৈ,
এক রাজ্যর পরা আন বংশলৈ ভ্ৰমি ফুরিছিল ;

[১৪] তেওঁ সিবিলাকর অপকার করিবলৈ কাকো নিদিলে ;
এনে কি, তেওঁ সিবিলাকর নিমিত্তে রজা-বিলাকক ধমকাই কৈছিল,

[১৫] তোমালোকে মোর অভিষিক্তবিলাকক নুচুবা,
আৰু মোর ভাববাদীবিলাকর কোনো অপকার নকরিবা।

[১৬] আৰু তেওঁ দেশলৈ দুর্ভিক্ষ মাতিলে,
আহারস্বরূপ লাখুটিডাল নিচেইকৈ ভাঙ্গিলে।

[১৭] তেওঁ সিবিলাকর আগেয়ে এজন মানুহ পঠালে ;
যোচেফক বন্দীস্বরূপে বেচা হল।

[১৮] সিহঁতে তেওঁর ভরিত বেড়ীরে দুঃখ দিলে ;
তেওঁক লোহার শিকলিরে বন্ধা হল।

[১৯] তেওঁর বাক্য সিদ্ধ নোহোৱালৈকে,
যিহোৱার বাক্যই তেওঁক পরীক্ষা করিলে।

[২০] রজাই লোক পঠাই তেওঁক মুকলি করিলে,
লোকবিলাকর অধিপতিয়ে মানুহ পঠাই তেওঁক মুক্ত করিলে।

[২১] তেওঁ আপোন ইচ্ছারে তেওঁর প্রধানবিলাকক বান্ধিবর নিমিত্তে,
আৰু তেওঁর বৃদ্ধবিলাকক জ্ঞান শিক্ষা দিবর নিমিত্তে,

[২২] রজাই তেওঁক আপোনার ঘরর প্রভু করিলে,
আপোনার সকলো সম্পত্তির ওপরত অধ্যক্ষ পাতিলে।

[২৩] পাছে ইস্রায়েলো মিচর দেশলৈ গল,
যাকোবে হাম দেশত প্রবাস করিছিল।

[২৪] তেওঁ আপোন প্রজাবিলাকক অতিশয়রূপে বঢ়ালে,
আৰু তেওঁ সিবিলাকক সিবিলাকর শত্রু-বোরতকৈয়ো বলবন্ত করিলে।

[২৫] তেওঁর প্রজাবিলাকক ঘিণাবলৈ,
তেওঁর দাসবিলাকে সৈতে ছল ব্যবহার করি-বলৈ তেওঁ সিহঁতর মন পরিবর্ত্তন করিলে।

[২৬] তেওঁ আপোন দাস মোচিক,
আৰু তেওঁর মনোনীত হারোণক পঠালে।

[২৭] তেওঁবিলাকে সিহঁতর মাজত তেওঁর নানা চিন,
আৰু হাম দেশত তেওঁর অদ্ভুত লক্ষণবোর দেখুৱালে,

[২৮] তেওঁ অন্ধকার পঠালত আন্ধার হল ;
তেওঁবিলাকে তেওঁর বাক্যর বিরুদ্ধে আচরণ নকরিলে।

[২৯] তেওঁ সিহঁতর জলসমূহ তেজ করি
সিহঁতর মাছবোর মারিলে।

[৩০] সিহঁতর দেশ বেঙেরে ভরিল ;
রজাবিলাকর অন্তঃপুরো বেঙেরে পুর হল।

[৩১] তেওঁ কোৱাতে জাকে জাকে ডাঁহ আহিল,
আৰু ওকনিও সিহঁতর সকলো অঞ্চলত হল।

[৩২] তেওঁ সিহঁতক বরষুণর সলনি শিলাবৃষ্টি দিলে ;
তেওঁ সিহঁতর দেশত জ্বলন্ত অগ্নিশিখা বর-ষালে।

[৩৩] তেওঁ সিহঁতর দ্রাক্ষালতা আৰু ডিমরু গছবোর মারিলে,
আৰু সিহঁতর অঞ্চলর বৃক্ষবোর ভাঙ্গিলে।

[৩৪] তেওঁ কোৱাতে কাকতি ফরিং আহিল,
অসংখ্য কচুৱা ফরিঙো আহিল।

[৩৫] সেইবোরে সিহঁতর দেশর সকলো শাক আদি শস্য খালে,
আৰু ভূমির সকলো ফল খাই পেলালে।

[৩৬] তেওঁ সিহঁতর দেশত সিহঁতর জ্যেষ্ঠ পুত্র-বিলাকক,
সিহঁতর শক্তির আগ ফলক সংহার করিলে।

[৩৭] পাছে তেওঁ লোকবিলাকক রূপ আৰু সোণে সৈতে উলিয়াই আনিলে ;
আৰু তেওঁর ফৈদবিলাকর মাজর এজনো দুর্ব্বল নাছিল।

[৩৮] সিবিলাক গলত, মিচরীয়াহঁতে আনন্দ করিলে ;
কিয়নো সিহঁতে সিবিলাকর পরা ভয় পাই-ছিল।

[৩৯] তেওঁ চন্দ্ৰতাপর নিমিত্তে মেঘ বিস্তার করিলে,
আৰু রাতি পোহর দিবলৈ অগ্নি দিলে।

[৪০] সিবিলাকে যাচ্ঞা করিলত, তেওঁ বটা চরাই আনিলে,

আৰু স্বৰ্গীয় আহাৰেৰে সিবিলাকৰ হেপাহ
পলুৱালে।
[41] তেওঁ শিল খুলিলত জলসমূহ প্ৰবাহিত হল,
নদীৰ দৰে শুকান ভূমিয়েদি বৈ গল।
[42] কিয়নো তেওঁ আপোন পবিত্ৰ বাক্য,
আৰু আপোন দাস অব্ৰাহামক সোঁৱৰণ
কৰিলে।
[43] তেওঁ আপোন প্ৰজাবিলাকক আনন্দেৰে উলি-
য়াই আনিলে,
আপোনাৰ মনোনীতবিলাকক জয়ধ্বনিৰে
বাহিৰ কৰি আনিলে।
[44] সিবিলাকে যেন তেওঁৰ বিধিবোৰ ৰক্ষা কৰে,
আৰু তেওঁৰ আজ্ঞাবোৰ পালন কৰে,
[45] এই নিমিত্তে তেওঁ সিবিলাকক জাতিবিলাকৰ
দেশ দিলে;
আৰু সিবিলাকে লোকবিলাকৰ শ্ৰমৰ ফল
অধিকাৰ কৰিলে।
তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা।

**১০৬** তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা।
তোমালোকে যিহোৱাৰ ধন্যবাদ কৰা, কিয়নো
তেওঁ মঙ্গলময়,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[2] কোনে যিহোৱাৰ মহৎ কাৰ্য্যবোৰ বৰ্ণনা কৰিব
পাৰে?
কোনে তেওঁৰ সকলো প্ৰশংসা প্ৰকাশ কৰিব
পাৰে?
[3] তেওঁৰ শাসন-প্ৰণালী পালন কৰাবিলাক ধন্য,
সদায় ধৰ্ম্মাচৰণ কৰা জন ধন্য।
[4] ময় যেন তোমাৰ মনোনীতবিলাকৰ মঙ্গল
দেখিবলৈ পাওঁ,
তোমাৰ জাতিৰ আনন্দত আনন্দিত হওঁ,
আৰু তোমাৰ আধিপত্যৰ লগত গৌৰব কৰোঁ,
[5] এই নিমিত্তে হে যিহোৱা, তোমাৰ প্ৰজাবিলা-
কলৈ তোমাৰ যি ৰূপ অনুগ্ৰহ,
সেই ৰূপ অনুগ্ৰহেৰে মোক সোঁৱৰা;
তোমাৰ পৰিত্ৰাণে সৈতে মোৰ ওচৰলৈ আহাঁ।

[6] আমি আমাৰ ওপৰ-পিতৃবিলাকৰ নিচিনাকৈ
পাপ কৰিলোঁ,
অধৰ্ম্ম কৰিলোঁ, দুষ্কৰ্ম্ম কৰিলোঁ।
[7] আমাৰ ওপৰ-পিতৃবিলাকে মিচৰত তোমাৰ
আশ্চৰিত কাৰ্য্যবোৰ নুবুজিলে,
আৰু তোমাৰ প্ৰচুৰ দয়া সোঁৱৰণ নকৰিলে;
কিন্তু সিবিলাকে সমুদ্ৰৰ তীৰত চুফ সাগৰৰ
দাঁতিত বিদ্ৰোহ-আচৰণ কৰিলে।
[8] তথাপি তেওঁ যেন আপোন পৰাক্ৰম প্ৰকাশ
কৰে,
এই নিমিত্তে তেওঁ আপোম নামৰ অৰ্থে সিবি-
লাকক পৰিত্ৰাণ কৰিলে।
[9] তেওঁ চুফ সাগৰক ধমকি দিলত, সেয়ে শুকাই
গল;
তাতে তেওঁ অৰণ্যৰ মাজেদি গমন কৰোৱাৰ
দৰে সিবিলাকক অগাধ জলেদি গমন
কৰালে।
[10] তেওঁ সিবিলাকক ঘিণাওঁতাৰ হাতৰ পৰা ৰক্ষা
কৰিলে,
শত্ৰুৰ হাতৰ পৰা সিবিলাকক মুক্ত কৰিলে।
[11] জলসমূহে সিবিলাকৰ বৈৰীবোৰক ঢাকিলে,
সিহঁতৰ এটাও অৱশিষ্ট নেথাকিল।
[12] তেতিয়া সিবিলাকে তেওঁৰ বাক্যত বিশ্বাস
কৰিলে,
তেওঁৰ প্ৰশংসাৰ গান কৰিলে।
[13] সিবিলাকে শীঘ্ৰে তেওঁৰ কাৰ্য্যবোৰ পাহৰিলে;
তেওঁৰ পৰামৰ্শলৈ সিবিলাকে বাট নেচালে;
[14] কিন্তু সিবিলাকে অৰণ্যৰ মাজত অতিশয়
অভিলাষ কৰিলে,
আৰু মৰুভূমিত ঈশ্বৰক পৰীক্ষা কৰিলে।
[15] তাতে তেওঁ সিবিলাকৰ প্ৰাৰ্থনাৰ দৰে সিবি-
লাকক দিলে,
কিন্তু তেওঁ সিবিলাকৰ প্ৰাণলৈ ক্ষয়ৰোগ
পঠালে।
[16] সিবিলাকে ছাউনিৰ মাজত মোচিক,
আৰু যিহোৱাৰ পবিত্ৰ লোক হাৰোণক ঈৰ্ষ্যা
কৰিলে।
[17] তাতে পৃথিবী ফাটি দাথনক গ্ৰাস কৰিলে,
আৰু অবীৰামৰ দলক ঢাকিলে।
[18] সিহঁতৰ দলৰ মাজত জুই জ্বলিল;
অগ্নিশিখাই দুষ্টবোৰক দগ্ধ কৰিলে।
[19] সিবিলাকে হোৰেবত এটা দামুৰি সাজিলে,
আৰু সাঁচত ঢলা এটা প্ৰতিমাৰ আগত প্ৰণি-
পাত কৰিলে।

২০ এই রূপে সিবিলাকে ঘাঁহ খোবা গরুর মূর্ত্তিরে সৈতে
সিবিলাকর গৌরব সলনি করিলে।
২১ যি জনাই মিচরত মহৎ কার্য্য,
২২ হাম দেশত নানা আশ্চরিত কার্য্য,
আরু চূফ সাগরর দাঁতিত ভয়ানক ক্রিয়া করিছিল,
আপোনাবিলাকর ত্রাণকর্ত্তা সেই ঈশ্বরক সিবিলাকে পাহরিলে।
২৩ এই হেতুকে তেওঁ সিবিলাকক বিনষ্ট করিবলৈ মনস্থ করিলে;
তেওঁ যেন সিবিলাকক সংহার নকরে, এই নিমিত্তে তেওঁর ক্রোধ ক্ষান্ত করিবলৈ,
তেওঁর মনোনীত লোক মোচি গড়র ভগা ঠাইত তেওঁর আগত থিয় নোহোবা হলে বিনষ্ট করিলেহেঁতেন।
২৪ এনে কি, সিবিলাকে মনোহর দেশ তুচ্ছজ্ঞান করিলে,
তেওঁর বাক্যত বিশ্বাস নকরিলে;
২৫ কিন্তু আপোন আপোন তাম্বুত বক্‌বকালে,
যিহোবার বাক্যলৈ কাণ নিদিলে।
২৬ এই হেতুকে তেওঁ সিবিলাকর বিরুদ্ধে হাত তুলি শপথ করি কলে,
"মই সিহঁতক অরণ্যত নিপাত করিম;
২৭ মই সিহঁতর বংশক জাতিবিলাকর মাজত নিপাত করিম,
সিহঁতক দেশে দেশে ছিন্নভিন্ন করিম।"
২৮ সিবিলাক বাল-পিয়োরত আসক্ত হল;
সিবিলাকে মৃতবিলাকর অর্থে দিয়া বলি ভোজন করিলে।
২৯ এই রূপে সিবিলাকে আপোন আপোন কর্ম্মর দ্বারায় তেওঁক বেজার দিলে;
তাতে সিবিলাকর মাজত মহামারী হল।
৩০ তেতিয়া পীনহচে উঠি বিচার করি দণ্ড দিয়াত মহামারী রল।
৩১ সেইটোবেই পুরুষে পুরুষে সদাকাললৈকে,
তেওঁর পক্ষে ধার্ম্মিকতা বুলি গণিত হল।
৩২ সিবিলাকে মিরীবা জলর দাঁতিত তেওঁর খং তোলাত,
সিবিলাকর কারণে মোচির অমঙ্গল ঘটিল;
৩৩ কিয়নো সিবিলাক ঈশ্বরর আত্মার বিরুদ্ধে বিদ্রোহী হল,
আরু তেওঁ আপোন ওঁঠেরে অবিবেচনার কথা কলে।
৩৪ যিহোবাই সিবিলাকক জাতিবোরক বিনষ্ট করিবলৈ দিলে,
কিন্তু সিবিলাকে সেই দরে নকরিলে,
৩৫ আরু সিবিলাক প্রজাবিলাকর লগত মিহলি হল;
তাতে সিবিলাকে সিহঁতর কার্য্যবোর শিকিলে।
৩৬ সিবিলাকে সিহঁতর মূর্ত্তিবোরক সেবা-পূজা করিলে;
তাতে সেইবোর সিবিলাকর ফান্দস্বরূপ হল।
৩৭ এনে কি, সিবিলাকে আপোন আপোন পো-জীবিলাকক ভূতবোরর উদ্দেশে বলিদান করিলে,
৩৮ নির্দ্দোষী লোকর রক্তপাত করিলে,
আরু কনানীয়া মূর্ত্তিবোরর উদ্দেশে আপোন আপোন পো-জীবিলাকক বলি দি সিহঁতর রক্তপাত করিলে;
তাতে দেশ তেজেরে অপবিত্র হল।
৩৯ এই রূপে সিবিলাক আপোন আপোন কর্ম্মর দ্বারায় অশুচি হল,
আরু আপোনাবিলাকর কার্য্যতেই ব্যভিচারী হল।
৪০ এই হেতুকে আপোন লোকবিলাকলৈ যিহোবার ক্রোধ জ্বলি উঠিল,
আরু তেওঁ আপোন আধিপত্যক ঘিণ করিলে।
৪১ তেওঁ সিবিলাকক জাতিবোরর হাতত সোধাই দিলে;
তাতে সিবিলাকক ঘিণাওঁতাবোরে সিবিলাকর ওপরত শাসন করিলে।
৪২ সিবিলাকর শত্রুবোরে সিবিলাকক উপদ্রব করিলে,
আরু সিবিলাক সিহঁতর বশীভূত হল।
৪৩ তেওঁ অনেকবার সিবিলাকক উদ্ধার করিলে,
কিন্তু সিবিলাক আপোনাবিলাকর আলচত বিদ্রোহী হল,
আপোনাবিলাকর অপরাধর কারণে নীহ অবস্থাত পড়িল।

[৪৪] তথাপি তেওঁ সিবিলাকর কাকুতি শুনামাত্রে,
সিবিলাকর দুঃখলৈ দৃষ্টি করিলে।
[৪৫] তেওঁ সিবিলাকর নিমিত্তে আপোনার নিয়মটী সুঁবরিলে,
আরু আপোনার প্রচুর দয়া অনুসারে মন পালটালে।
[৪৬] যিবোরে সিবিলাকক বন্দী করি নিছিল,
সিহঁত আটাইরে আগত তেওঁ সিবিলাকক কৃপাপ্রাপ্ত করিলে।

[৪৭] হে আমার ঈশ্বর যিহোবা, আমাক পরিত্রাণ করা,
তোমার পবিত্র নামর ধন্যবাদ করিবলৈ,
আরু তোমার প্রশংসাত জয়ধ্বনি করিবলৈ
জাতিবিলাকর মাজর পরা আমাক গোটোরা।

---

[৪৮] অনাদি কালর পরা অনন্ত কাললৈকে,
ইস্রায়েলর ঈশ্বর যিহোবা ধন্য হওক;
সকলো লোকে আমেন বুলি কওক।
তোমালোকে যিহোবার প্রশংসা করা।

## পঞ্চম খণ্ড।

১০৭ "যিহোবার ধন্যবাদ করা, কিয়নো তেওঁ মঙ্গলময়,
কারণ তেওঁর দয়া সদাকাললৈকে থাকে,"
[২] এই বুলি যিহোবার দ্বারায় মুক্ত হোৱা সকলোৱে কওক।
[৩] তেওঁ সিবিলাকক শত্রুর হাতর পরা মুক্ত করিলে;
তেওঁ সিবিলাকক নানা দেশর পরা গোটালে,
পূব আরু পশ্চিমর পরা, উত্তর আরু দক্ষিণর পরাও গোটালে।

[৪] সিবিলাকে অরণ্যর মাজত নির্জ্জন পথেদি ভ্রমি ফুরিলে;
সিবিলাকে কোনো বসতি-নগর নেপালে।
[৫] সিবিলাকর ভোক আরু পিয়াহ লাগিল;
তাতে সিবিলাকর অন্তরত প্রাণ ব্যাকুল হল।
[৬] তেতিয়া, সিবিলাকে আপোনাবিলাকর সঙ্কটর কালত যিহোবার আগত কাতরোক্তি করিলত,
তেওঁ সিবিলাকক সিবিলাকর নানা ক্লেশর পরা উদ্ধার করিলে।
[৭] যি বাটেদি গলে সিবিলাকে বসতি-নগর পাব পারে,
তেওঁ সিবিলাকক এনে পোন বাটেদি গমন করালে।
[৮] লোকবিলাকে যিহোবার দয়ার নিমিত্তে তেওঁর প্রশংসা করোক,
মনুষ্য-সন্তানবিলাকলৈ করা তেওঁর আশ্চরিত কার্য্যর নিমিত্তে তেওঁর প্রশংসা করোক।
[৯] কিয়নো তেওঁ হাবিয়াহী প্রাণক তৃপ্ত করে,
আরু ক্ষুধাতুর প্রাণক উত্তম্ দ্রব্যেরে পূর করে।

[১০] কোনো কোনোৱে দুঃখত পড়ি আরু লোহার শিকলিত বন্ধ হৈ,
আন্ধার আরু মৃত্যুচ্ছায়াত বহি আছিল;
[১১] কারণ সিবিলাকে যিহোবার বাক্যর বিরুদ্ধে আচরণ করিলে,
আরু সর্ব্বোপরি জনার মন্ত্রণা তুচ্ছজ্ঞান করিলে।
[১২] এই হেতুকে তেওঁ সিবিলাকর মন পরিশ্রমেরে নত করিলে;
সিবিলাক পতিত হল, আরু উপকার করিবলৈ সিবিলাকর কোনো নাছিল;
[১৩] তেতিয়া, সিবিলাকে আপোনাবিলাকর সঙ্কটর কালত যিহোবার আগত কাতরোক্তি করিলত,

তেওঁ সিবিলাকক সিবিলাকর নানা ক্লেশর পরা পরিত্রাণ করিলে।
[১৪] তেওঁ সিবিলাকর আটাই বন্ধন ছিড়ি,
আন্ধার আরু মৃত্যুচ্ছায়ার পরা সিবিলাকক উলিয়াই আনিলে।
[১৫] লোকবিলাকে যিহোবার দয়ার নিমিত্তে তেওঁর প্রশংসা করোক ;
মনুষ্য-সন্তানবিলাকলৈ করা তেওঁর আশ্চরিত কার্য্যর নিমিত্তে তেওঁর প্রশংসা করোক।
[১৬] কিয়নো তেওঁ পিত্তলর দুৱারবোর ভাঙ্গিলে,
আরু লোহার ডাংবোর ছেদন করিলে।

[১৭] অজ্ঞানবোরে আপোন আপোন অপরাধর কারণে যাতনা ভুঞ্জে,
আপোনাবিলাকর নানা অধৰ্ম্মর কারণে ক্লেশ ভুঞ্জে।
[১৮] সিহঁতর মনে সকলো বিধর খোৱা বস্তু ঘিণ করে,
আরু সিহঁত মৃত্যুর দুৱারর ওচরলৈ চাপি যায়।
[১৯] তেতিয়া সিহঁতে আপোনাবিলাকর সঙ্কটর কালত যিহোবার আগত কাতরোক্তি করে ;
তাতে তেওঁ সিহঁতক সিহঁতর নানা ক্লেশর পরা পরিত্রাণ করে।
[২০] তেওঁ আপোন বাক্য পঠাই সিহঁতক সুস্থ করে,
আরু সিহঁতক সিহঁতর নানা আপদর পরা রক্ষা করে।
[২১] লোকবিলাকে যিহোবার দয়ার নিমিত্তে তেওঁর প্রশংসা করোক,
মনুষ্য-সন্তানবিলাকলৈ করা তেওঁর আশ্চরিত কার্য্যর নিমিত্তে তেওঁর প্রশংসা করোক।
[২২] সিবিলাকে ধন্যবাদার্থক বলি উৎসর্গ করোক,
আরু আনন্দ-ধ্বনিরে তেওঁর কৰ্ম্মর বর্ণনা করোক।

[২৩] যিবিলাকে জাহাজত উঠি সাগরত অহা-যোৱা করে,
আরু জলসমূহত ব্যবসায় করে,
[২৪] সিবিলাকে যিহোবার কার্য্যবোর দেখে,
অগাধ জলত তেওঁর অদ্ভুত লক্ষণবোর দেখে ;
[২৫] কিয়নো তেওঁ আজ্ঞার দ্বারায় প্রচণ্ড ধুমুহা বলোৱায় ;
সেয়ে পানীর ঢৌ তোলে।
[২৬] সিবিলাক আকাশলৈ উঠে, আকৌ তললৈ নামে ;
আপদর কারণে সিবিলাকর প্রাণ দ্রব হৈ যায়।
[২৭] সিবিলাকে মতলীয়া মানুহর দরে ঢলংপলং করি ফুরে ;
সিবিলাকর ভত নাইকিয়া হয়।
[২৮] তেতিয়া সিবিলাকে আপোনাবিলাকর সঙ্কটর কালত যিহোবার আগত কাতরোক্তি করে ;
তাতে তেওঁ সিবিলাকক সিবিলাকর নানা ক্লেশর পরা উদ্ধার করে।
[২৯] তেওঁ ধুমুহাক এনেকৈ শান্ত করে, যে,
তার ঢৌবোর মার যায়।
[৩০] তেতিয়া সিবিলাকে শান্তিলাভ করি আনন্দিত হয় ;
এই রূপে তেওঁ সিবিলাকক আপোনাবিলাকর বাঞ্ছিত বন্দরলৈ লৈ যায়।
[৩১] লোকবিলাকে যিহোবার দয়ার নিমিত্তে তেওঁর প্রশংসা করোক,
মনুষ্য-সন্তানবিলাকলৈ করা তেওঁর আশ্চরিত কার্য্যর নিমিত্তে তেওঁর প্রশংসা করোক।
[৩২] সিবিলাকে লোকবিলাকর সমাজর মাজতো তেওঁর গৌরব কীৰ্ত্তন করোক,
বৃদ্ধবিলাকর সভাত তেওঁর প্রশংসা করোক।

[৩৩] তেওঁ নদীবোরক অরণ্য করে,
আরু জলর ভুমুকবোর খরাং ভুমিত পরিণত করে।
[৩৪] নিবাসীবিলাকর দুষ্টতার নিমিত্তে তেওঁ ফল-ৱতী ভুমিক লোণাময় মরুভূমি করে।
[৩৫] তেওঁ অরণ্যক জলাহ করে,
শুকান ভুমিক জলর ভুমুকত পরিণত করে।
[৩৬] ক্ষুধাতুর লোকে যেন তাত বসতির নিমিত্তে নগর স্থাপন করে,
[৩৭] পথারত গুটি বয়, দ্রাক্ষালতা রোৱে,
আরু তার পরা উৎপন্ন হোৱা ফল গোটায়,

এই নিমিত্তে তেওঁ সিবিলাকক তাত নিবাস করায়।
[৩৮] তেওঁ সিবিলাকক এনেকৈ আশীৰ্ব্বাদ দিয়ে, যে,
সিবিলাকে অতিশয় বৃদ্ধি পায় ;
আৰু তেওঁ সিবিলাকৰ পশুবোৰক কমিব নিদিয়ে।
[৩৯] আকৌ সিবিলাক উপদ্ৰব, দুঃখ, আৰু শোকৰ দ্বাৰায় কমি
নীহ অবস্থাত পতিত হয়।
[৪০] তেওঁ ডাঙৰীয়াবিলাকৰ ওপৰত অপমান বৰষায়,
বাট নোহোৱা মৰুভূমিৰ মাজত সিবিলাকক ভ্ৰমণ কৰায় ;
[৪১] কিন্তু তেওঁ দৰিদ্ৰক দুঃখৰ পৰা তুলি উচ্চপদত স্থাপন কৰে,
আৰু মেৰৰ জাকৰ নিচিনাকৈ তাৰ পৰিয়াল বৃদ্ধি কৰে।
[৪২] তাকে দেখি সৰল লোক আনন্দিত হয়,
আৰু সকলো অধৰ্ম্মই আপোন মুখ বন্ধ কৰে।
[৪৩] যি কোনো জ্ঞানী, সি এই সকলো কথালৈ মন দিব,
আৰু সিবিলাকে যিহোৱাৰ নানাবিধ দয়া বিবেচনা কৰিব।

## ১০৮ সঙ্গীত। দায়ূদৰ ৰচিত গীত।

[১] হে ঈশ্বৰ, মোৰ মন সুস্থিৰ হল ;
ময় গীত গাম, এনে কি, মোৰ প্ৰাণেৰে সৈতে প্ৰশংসাৰ গান কৰিম।
[২] হে নেবল আৰু বীণা, সাৰ পোৱা ;
ময় প্ৰভাতক জগাম।
[৩] হে যিহোৱা, জাতিবিলাকৰ মাজত ময় তোমাৰ ধন্যবাদ কৰিম,
আৰু লোকসমূহৰ মাজত তোমাৰ প্ৰশংসাৰ গান কৰিম ;
[৪] কিয়নো তোমাৰ দয়া স্বৰ্গতকৈয়ো মহৎ,
আৰু তোমাৰ সত্যতা আকাশলৈকে জুৰিছে।
[৫] হে ঈশ্বৰ, স্বৰ্গৰ ওপৰলৈকে তুমি উন্নত হোৱা ;
গোটেই পৃথিবীৰ ওপৰত তোমাৰ গৌৰব হওক।
[৬] তোমাৰ প্ৰিয়বিলাকে যেন উদ্ধাৰ পায়,
তাৰ নিমিত্তে তুমি আপোন সোঁ হাতৰ দ্বাৰায় পৰিত্ৰাণ কৰা, আমাক উত্তৰ দিয়া।
[৭] ঈশ্বৰে আপোন পবিত্ৰতাৰে কলে, "ময় উল্লাস কৰিম ;
ময় চিখিম ভাগ বাঁটি দিম, আৰু চুক্কোতৰ উপত্যকা জুখি দিম।
[৮] গিলিয়দ মোৰেই, মনচিও মোৰেই,
আৰু ইফ্ৰয়িম মোৰ শিৰোৰক্ষক ;
যিহুদা মোৰ বিচাৰ-দণ্ড ;
[৯] মোৱাব মোৰ প্ৰক্ষালন-পাত্ৰ ;
ময় ইদোমলৈ মোৰ জোতা পেলাই দিম ;
পলেষ্টিয়াৰ ওপৰত ময় উচ্চধ্বনি কৰিম।"
[১০] কোনে মোক সেই দৃঢ় নগৰৰ ভিতৰলৈ লৈ যাব ?
কোনে মোক ইদোমলৈ নিব ?
[১১] হে ঈশ্বৰ, তুমি আমাক ত্যাগ কৰা নাই নে ?
হে ঈশ্বৰ, তুমি আমাৰ সৈন্যসমূহৰ লগত ওলাই নোযোৱা।
[১২] শত্ৰুৰ বিৰুদ্ধে আমাক সহায় দিয়া ;
কিয়নো মানুহৰ সহায় বৃথা।
[১৩] ঈশ্বৰৰ দ্বাৰায়হে আমি বীৰ-কাৰ্য্য কৰিম ;
কিয়নো তেৱেঁই আমাৰ শত্ৰুবোৰক গচকিব।

## ১০৯ প্ৰধান বাদ্যকৰৰ নিমিত্তে। দায়ূদৰ ৰচিত গীত।

[১] হে মোৰ প্ৰশংসাৰ যোগ্য ঈশ্বৰ,
তুমি নিজম দি নেথাকিবা ;
[২] কিয়নো সিহঁতে মোৰ বিৰুদ্ধে দুষ্টতা আৰু ছলৰ মুখ মেলিলে ;
সিহঁতে মিছলীয়া জিবাৰে মোৰ অহিতে কথা কলে।
[৩] সিহঁতে মোক হিংসা-বাক্যেৰে বেৰি ধৰিলে,
আৰু অকাৰণে মোৰ বিৰুদ্ধে যুদ্ধ কৰিলে।
[৪] মোৰ প্ৰেমৰ সলনি সিহঁত মোৰ শত্ৰু হৈছে ;
কিন্তু ময় হলে প্ৰাৰ্থনাত লাগি থাকোঁ।
[৫] সিহঁতে মোৰ উপকাৰৰ সলনি অপকাৰ কৰিলে,
মোৰ প্ৰেমৰ সলনি হিংসা কৰিলে।
[৬] তুমি তাৰ ওপৰত কোনো দুষ্টক নিযুক্ত কৰা ;
তাৰ সোঁহাতে এজন বৈৰী থিয় হওক।

৭ তার বিচার করা হলে, সি দোষী হৈ ওলাওক;
তার প্রার্থনাও পাপ বুলি গণিত হওক।
৮ তার আয়ুসর দিন তাকর হওক;
অন্য লোকে তার বিষয় লওক।
৯ তার সন্তানবিলাক পিতৃহীন হওক;
তার তিরুতা বিধবা হওক।
১০ তার সন্তানবিলাকে ভ্রমণ করি মাগি ফুরোক,
আরু সিহঁতে আপোন আপোন উচ্ছন্ন ঠাইর
পরা আঁতরত আহার বিচারোক।
১১ মহাজনে তার সর্ব্বস্ব লৈ যাওক;
বিদেশীবোরে তার শ্রমর ফল লুট করোক।
১২ তালৈ দয়া করোঁতা কোনো নহওক;
তার পিতৃহীন সন্তানবিলাকক কৃপা করিবলৈ
কোনো নেথাকোক।
১৩ তার বংশ উচ্ছন্ন হওক;
পাছর পুরুষত সিহঁতর নাম লুপ্ত হওক।
১৪ তার পিতৃবিলাকর অধর্ম্মলৈ যিহোবার সোঁৱরণ
থাকোক,
আরু তার মাতৃর পাপ মোচন নহওক।
১৫ যিহোবাই যেন সিহঁতর নাম পৃথিবীর পরা
লুপ্ত করে,
এই নিমিত্তে সেইবোর সদায় যিহোবার
সাক্ষাতে থাকোক।
১৬ কিয়নো সি দয়া করিবলৈ সোঁৱরণ নকরিলে,
কিন্তু বধ করিবর অভিপ্রায়ে দুঃখী, দরিদ্র,
আরু ভগ্নচিত্তীয়া লোকক তাড়না করিলে।
১৭ সি শাও দিবলৈ ভাল পালে, সেয়ে তালৈকো
ঘটোক;
আরু আশীর্ব্বাদত তার প্রীতি নহল, সেয়ে তার
পরা দূরৈত থাকোক।
১৮ সি শাওক বস্ত্রর দরে পিন্ধোক;
সেয়ে পানীর নিচিনাকৈ তার অন্তরত,
আরু তেলর নিচিনাকৈ তার হাড়বোরর মাজত
সোমাওক।
১৯ সেয়ে তালৈ গা ঢকা বস্ত্রর নিচিনা হওক,
আরু তার কঁকালত সদায় বন্ধা টঙালির
নিচিনা হওক।
২০ সেয়ে যিহোবার পরা মোর শত্রুবোরে পোৱা
প্রতিফল,
আরু মোর প্রাণর অহিতে হিংসার কথা
কওঁতাবোরেও পোৱা প্রতিফল হওক।
২১ কিন্তু হে প্রভু যিহোবা, তুমি হলে আপোন
নামর নিমিত্তে মোলৈ কার্য্য করা;
তোমার দয়া মঙ্গলময়, এতেকে মোক উদ্ধার
করা।
২২ কিয়নোময় দুঃখী আরু দরিদ্র;
অন্তরত মোর হৃদয় বিন্ধিছে।
২৩ময় আবেলি বেলার ছাঁর দরে নাইকিয়া
হৈছোঁ;
ফরিঙর নিচিনাকৈ মোক ইফালে সিফালে
উড়ুৱাই নিয়া হৈছে।
২৪ লঘোনত মোর আঁঠু দুর্ব্বল হৈছে,
আরু তেলর অভাবত মোর শরীর ক্ষীণ
হৈছে।
২৫ ময় সিহঁতর আগত নিন্দার বিষয় হৈছোঁ;
সিহঁতে মোক দেখি মূর জোকারে।
২৬ হে মোর ঈশ্বর যিহোবা, মোক সহায় করা,
তোমার দয়া অনুসারে মোক পরিত্রাণ করা।
২৭ এয়ে যে তোমার হাত,
আরু হে যিহোবা, তুমিয়েই যে ইয়াক করিলা,
তাক সিহঁতে জানোক।
২৮ সিহঁতে শাও দিওক, কিন্তু তুমি হলে আশীর্ব্বাদ
করা;
সিহঁতে উঠিলে লাজ পাব, কিন্তু তোমার এই
দাসে আনন্দ করিব।
২৯ মোর বৈরীবোরক লাজেরে ঢকা হওক;
সিহঁতে আমার নিচিনাকৈ অপমান পিন্ধোক।
৩০ ময় নিজ মুখেরে অতিশয়রূপে যিহোবার ধন্য-
বাদ করিম;
লোকসমূহর মাজত ময় তেওঁর প্রশংসা করিম।
৩১ কিয়নো, দুঃখীয়ার প্রাণর বিচারকর্ত্তাবিলাকর
হাতর পরা তাক উদ্ধার করিবলৈ,
তেওঁ তার সোঁহাতে থিয় হব।

## ১১০ দায়ূদর রচিত গীত।

১ যিহোবাই মোর প্রভুক কলে,
"ময় তোমার শত্রুবোরক তোমার ভরি-পিরা
নকরোঁমানে,
তুমি মোর সোঁহাতে বহি থাকা।"
২ যিহোবাই তোমার পরাক্রমর দণ্ড চিয়োনর
পরা পঠাই দি কব,

"তুমি আপোন শত্রুবোরর মাজত রাজশাসন করা ।"
[৩] তোমার পরাক্রমর দিনত তোমার প্রজাবিলাক ইচ্ছামতে দিয়া উপহারস্বরূপ হব,
প্রভাতরূপ গর্ভর পরা জন্মা নিয়রর নিচিনা তোমার ডেকাবিলাক পবিত্র বস্ত্রেরে ভূষিত হৈ তোমার ওচরলৈ আহিব ।
[৪] যিহোবাই এই শপথ করিলে, তার পরা তেওঁ আরু নেপালটিব,
"তুমি মল্কীচেদকর রীতি অনুসারে নিত্য-পুরোহিত হোৱা ।"
[৫] প্রভুৱে তোমার সোঁহাতে থাকি,
আপোন ক্রোধর দিনত রজাবিলাকক আঘাত করিব ।
[৬] তেওঁ জাতিবিলাকর মাজত সোধ করিব,
তেওঁ মরা শবেরে দেশ পরিপূর্ণ করিব,
তেওঁ বিস্তীর্ণ দেশত মূর গুড়ি করিব ।
[৭] তেওঁ বাটত জুরীর জল পান করিব ;
এই হেতুকে তেওঁ আপোনার মূর তুলিব ।

## ১১১ তোমালোকে যিহোৱার প্রশংসা করা ।

ময় সমস্ত মনেরে যিহোৱার ধন্যবাদ করিম,
সরল লোকবিলাকর সভাত আরু মণ্ডলীর মাজত প্রশংসা করিম ।
[২] যিহোৱার কার্য্যবোর মহৎ ;
সেইবোরত সন্তোষ পোৱা সকলোৱে সেইবোর আলোচনা করে ।
[৩] তেওঁর কার্য্য মহিমাবান্ আরু প্রতাপী,
আরু তেওঁর ধার্ম্মিকতা সদাকাললৈকে থাকে ।
[৪] তেওঁ আপোন আশ্চরিত কার্য্যবোর সোঁৱরণ করালে ;
যিহোৱা কৃপাময় আরু দয়ালু ।
[৫] তেওঁ আপোনার ভয়কারীবিলাকক আহার দান করিলে ;
তেওঁ আপোনার নিয়মটী সদাকাললৈকে সোঁৱরণ করিব ।
[৬] তেওঁ আপোন প্রজাবিলাকক জাতিবোরর আধিপত্য দি,
সিবিলাকর আগত আপোন কার্য্যর পরাক্রম দেখুৱালে ।
[৭] তেওঁর হাতর কার্য্যবোর সত্য আরু ন্যায় ;
তেওঁর সকলো বিধি বিশ্বাসর যোগ্য
[৮] সেইবোর অনন্ত কাললৈকে অলর,
সত্যতা আরু সরলতাত স্থাপিত ।
[৯] তেওঁ আপোন প্রজাবিলাকলৈ মুক্তি পঠাই দিলে ;
তেওঁ অনন্ত কালর নিমিত্তে আপোন নিয়মটী স্থির করিলে ;
তেওঁর নাম পবিত্র আরু ভয়ানক ।
[১০] যিহোৱালৈ ভয় রখাই জ্ঞানর আরম্ভন ;
যিবিলাকে সেই বিধি অনুসারে কার্য্য করে,
সেই আটাইবিলাকে সুবুদ্ধি পায় ;
তেওঁর প্রশংসা অনন্ত কাললৈকে থাকে ।

## ১১২ তোমালোকে যিহোৱার প্রশংসা করা ।

যিহোৱালৈ ভয় রখা জন ধন্য ;
যিহোৱার আজ্ঞাবোরত অতি সন্তোষ পোৱা জন ধন্য ।
[২] তার বংশ পৃথিবীত বীর হব,
সরলবিলাকর গোষ্ঠী আশীর্ব্বাদপ্রাপ্ত হব ।
[৩] তার ঘরত ধন আরু ঐশ্বর্য্য আছে,
আরু তার ধার্ম্মিকতা সদাকাললৈকে থাকে ।
[৪] সরলবিলাকর নিমিত্তে আন্ধারতো দীপ্তি উদয় হয় ;
সি কৃপালু, দয়ালু, আরু ধার্ম্মিক ।
[৫] যি জনে কৃপা করে আরু ধার দিয়ে, তার মঙ্গল হয় ;
বিচারত সি নিজ হক রাখিব ।
[৬] কারণ সি কেতিয়াও লরচর নহব ;
ধার্ম্মিক লোকর সোঁৱরণ সদায় থাকিব ।
[৭] বিষম বার্ত্তা শুনিলেও সি ভয় নকরিব ;
যিহোৱাত ভারসা রখাত তার মন স্থির হৈ থাকে ।
[৮] তার মন সুস্থির, সি ভয় নকরে ;
শেষতে সি আপোনার শত্রুবোরর ওপরত নিজ ইচ্ছা সিদ্ধ হোৱা দেখিব ।
[৯] সি বিতরণ করে, দুঃখীয়াক দান দিয়ে ;
তার ধার্ম্মিকতা চির স্থায়ী ;
তার শিঙ্গ মর্য্যাদারে উন্নত ।
[১০] দুষ্ট লোকে তাকে দেখি বেজার পাব,
দাঁত করচিব, আরু গলি যাব ;
দুষ্টবোরর মনর কামনা নিষ্ফল হব ।

**১১৩** তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা।
হে যিহোৱাৰ দাসবিলাক, প্ৰশংসা কৰা,
যিহোৱাৰ নামৰ প্ৰশংসা কৰা।
[২] এতিয়াৰ পৰা অনন্ত কাললৈকে,
যিহোৱাৰ নাম ধন্য হওক।
[৩] সূৰ্য্যৰ উদয়স্থানৰ পৰা অস্তস্থানলৈকে
যিহোৱাৰ নাম প্ৰশংসনীয়।
[৪] যিহোৱা সমুদায় জাতিবিলাকতকৈ উন্নত,
আৰু তেওঁৰ গৌৰৱ আকাশ-মণ্ডলতকৈয়ো ওখ।
[৫] যি জনাৰ আসন ওপৰত আছে,
[৬] যি জনাই আকাশ-মণ্ডল আৰু পৃথিবীলৈ দৃষ্টি কৰিবৰ নিমিত্তে
আপোনাকে নম্ৰ কৰিলে,
[৭] যি জনাই প্ৰধানবিলাকৰ লগত বহুৱাবলৈ,
আপোন প্ৰজাবিলাকৰ প্ৰধান লোকৰ লগত বহুৱাবলৈ,
[৮] ধূলিৰ পৰা দুঃখীয়াক, সাৰৰ দ'মৰ পৰা দীন-হীনক তোলে,
[৯] যি জনাই বাঁজী তিৰুতাক পৰিয়াল থকা কৰে,
আৰু সন্তান থকা সুখী মাতৃ কৰে,
আমাৰ সেই ঈশ্বৰ যিহোৱাৰ তুল্য কোন?
তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা।

**১১৪** যেতিয়া ইস্ৰায়েল মিচৰৰ পৰা ওলাই গল,
যেতিয়া যাকোবৰ বংশ বিদেশী ভাষা কোৱা লোকৰ মাজৰ পৰা বাহিৰ হল,
[২] তেতিয়া যিহূদা তেওঁৰ ধৰ্ম্মধাম,
আৰু ইস্ৰায়েল তেওঁৰ ৰাজ্য হল।
[৩] সমুদ্ৰই দেখি পলাল;
যৰ্দ্দন উভটি বলে।
[৪] পৰ্ব্বতবিলাকে মটা মেৰৰ দৰে ডেও দিলে;
উপপৰ্ব্বতবিলাকে ডেকা মেৰৰ নিচিনাকৈ জঁপিয়ালে।
[৫] হে সমুদ্ৰ, তুমি যে পলালা, তোমাৰ কি হল?
হে যৰ্দ্দন, তুমি যে উভটি বলা, তোমাৰ কি হল?
[৬] হে পৰ্ব্বতবিলাক, তোমালোকে যে মটা মেৰৰ দৰে ডেও দিলা, তোমালোকৰ কি হল?
হে উপপৰ্ব্বতবিলাক, তোমালোকে যে ডেকা মেৰৰ নিচিনাকৈ জঁপিয়ালা, তোমালোকৰ কি হল?
[৭] যি জনাই শিলটোক পানীৰ এটা পুখুৰি কৰিলে,
চকমকীয়া শিলটোক জলৰ এক ভুমুক কৰিলে,
[৮] হে পৃথিবি, তুমি সেই যিহোৱাৰ আগত,
যাকোবৰ সেই ঈশ্বৰৰ আগত কম্পমান হোৱা।

**১১৫** আমাক নহয়, হে যিহোৱা, আমাক নহয়,
কিন্তু তোমাৰ দয়া আৰু সত্যতাৰ নিমিত্তে,
তোমাৰ নামকেহে গৌৰৱান্বিত কৰা।
[২] সিবিলাকৰ ঈশ্বৰ ক'ত? এই বুলি জাতিবোৰে কিয় কব?
[৩] আমাৰ ঈশ্বৰ হলে স্বৰ্গত আছে;
তেওঁ আপোন ইচ্ছাৰ দৰে সকলোকে কৰে।
[৪] সিহঁতৰ মূৰ্ত্তিবোৰ হলে ৰূপৰ আৰু সোণৰ,
মনুষ্যৰ হাতৰ কাৰ্য্য।
[৫] সেইবোৰৰ মুখ আছে, কিন্তু সেইবোৰে কথা কব নোৱাৰে;
চকু আছে, কিন্তু নেদেখে;
[৬] কাণ আছে, কিন্তু নুশুনে;
নাক আছে, কিন্তু ঘ্ৰাণ লব নোৱাৰে;
[৭] হাত আছে, কিন্তু চুব নোৱাৰে;
ভৰি আছে, কিন্তু খোজ কাঢ়িব নোৱাৰে;
আৰু সেইবোৰৰ ডিঙিৰ নলীয়েদি একো মাত নোলায়।
[৮] সেইবোৰক নিৰ্ম্মাণ কৰোঁতাবিলাক সেইবোৰেই নিচিনা;
সেইবোৰত ভাৰসা কৰোঁতা প্ৰতিজনো সেইবোৰেই নিচিনা।
[৯] হে ইস্ৰায়েল, তোমালোকে যিহোৱাত ভাৰসা কৰা;
তেৱেঁই সিবিলাকৰ সহায় আৰু ঢাল।
[১০] হে হাৰোণৰ বংশ, তোমালোকে যিহোৱাত ভাৰসা কৰা;
তেৱেঁই সিবিলাকৰ সহায় আৰু ঢাল।
[১১] হে যিহোৱাৰ ভয়কাৰীবিলাক, তোমালোকে যিহোৱাত ভাৰসা কৰা;
তেৱেঁই সিবিলাকৰ সহায় আৰু ঢাল।
[১২] যিহোৱাই আমাক সোঁৱৰণ কৰিলে, তেওঁ আশীৰ্ব্বাদ কৰিব;

তেওঁ ইস্রায়েল-বংশক আশীর্ব্বাদ করিব ;
তেওঁ হাৰোণৰ বংশক আশীর্ব্বাদ করিব ;
[১৩] যিহোৱাক ভয় কৰোঁতা সৰু বড় সকলোকে
তেওঁ আশীর্ব্বাদ করিব ।
[১৪] যিহোৱাই তোমালোকক,
আৰু তোমালোকৰ সন্তানবিলাকক আৰু বৃদ্ধি
কৰোক ।
[১৫] স্বৰ্গ আৰু পৃথিবীৰ স্রজনকর্ত্তা যিহোৱাৰ পৰা
তোমালোক আশীর্ব্বাদপ্রাপ্ত হোৱা ।
[১৬] স্বৰ্গ যিহোৱাৰেই স্বৰ্গ ;
কিন্তু পৃথিবীখন হলে, তেওঁ মনুস্য-সন্তানবিলা-
কক দান করিলে ।
[১৭] মৃতবিলাকে যিহোৱাৰ প্রশংসা নকৰে ;
নিযমৰ ঠাইলৈ নামি যোৱাবিলাকৰ কোনেও
তেওঁৰ স্তুতি নকৰে ।
[১৮] কিন্তু আমি হলে, এতিয়াৰ পৰা অনন্ত কাল-
লৈকে যিহোৱাৰ ধন্যবাদ করিম ।
তোমালোকে যিহোৱাৰ প্রশংসা কৰা ।

**১১৬**ময় যিহোৱাক প্রেম কৰোঁ ;
কিয়নো তেওঁ মোৰ স্বৰ আৰু কাকুতি
শুনিলে ।
[২] তেওঁ মোলৈ কাণ পাতিলে ;
এই হেতুকে ময় জীয়াই থাকোঁমানে তেওঁৰ
আগত প্রার্থনা করিম ।
[৩] মৃত্যুৰ জৰীয়ে মোক বেৰি ধৰাত,
চিয়োলৰ যাতনাই মোক আক্রমণ কৰাত,
আৰু ময় সঙ্কট ও দুঃখ পোৱাত,
[৪] ময় যিহোৱাৰ নামেৰে প্রার্থনা করিলোঁ,
"হে যিহোৱা, বিনয় করিছোঁ, মোৰ প্রাণ ৰক্ষা
কৰা ।"
[৫] যিহোৱা দয়ালু আৰু ধার্ম্মিক ;
এনে কি, আমাৰ ঈশ্বৰ কৃপালু ।
[৬] যিহোৱাই হোজা লোকক ৰক্ষা কৰে ;
ময় দীনহীন হলত তেওঁ মোক পৰিত্রাণ
করিলে ।
[৭] হে মোৰ মন, তোমাৰ বিশ্রামলৈ উভটি
যোৱা ;
কিয়নো যিহোৱাই তোমাক প্রচুৰ পৰিমাণে
অনুগ্রহ করিলে ।
[৮] কাৰণ তুমি মৃত্যুৰ পৰা মোৰ প্রাণ,
চকু-লোৰ পৰা মোৰ চকু,
আৰু উজুটি খোৱাৰ পৰা মোৰ ভৰি ৰক্ষা
করিলা ।
[৯] জীবিতবিলাকৰ দেশত ময় যিহোৱাৰ সাক্ষাতে
অহা-যোৱা করিম ।
[১০] ময় বিশ্বাস করিছোঁ (কিয়নো ময় কবই
লাগিব ; )
ময় অতি দুঃখিত আছিলোঁ ।
[১১] ময় অধৈর্য্যত কৈছিলোঁ,
"আটাই মানুহ মিছলীয়া ।"
[১২] ময় যিহোৱাৰ পৰা যি সকলো মঙ্গল পালোঁ,
সেইবোৰৰ সলনি ময় তেওঁক কি দিম ?
[১৩] ময় পৰিত্রাণৰ পান-পাত্র লৈ,
যিহোৱাৰ নামেৰে প্রার্থনা করিম ;
[১৪] যিহোৱাৰ আগত মোৰ সঙ্কল্পবোৰ সিদ্ধ
করিম,
তেওঁৰ প্রজাবিলাকৰ সাক্ষাতেই সেই সকলো
সিদ্ধ করিম ।
[১৫] যিহোৱাৰ দৃষ্টিত
তেওঁৰ সাধুবিলাকৰ মৃত্যু বহুমূল্য ।
[১৬] হে যিহোৱা, ময় স্বৰূপেই তোমাৰ দাস ;
ময় তোমাৰ দাস, তোমাৰ দাসীৰ পুত্র ;
তুমি মোৰ বন্ধনবোৰ মুকলি করিলা ।
[১৭] ময় তোমাৰ উদ্দেশে ধন্যবাদার্থক বলি উৎসর্গ
করিম,
আৰু যিহোৱাৰ নামেৰে প্রার্থনা করিম ।
[১৮] যিহোৱাৰ আগত মোৰ সঙ্কল্পবোৰ ময় সিদ্ধ
করিম,
তেওঁৰ প্রজাবিলাকৰ সাক্ষাতেই সেই সকলো
সিদ্ধ করিম ;
[১৯] যিহোৱাৰ গৃহৰ চোঁতাল কেইখনত,
হে যিৰূচালেম, ময় তোমাৰ মাজত সেই
সকলো সিদ্ধ করিম ।
তোমালোকে যিহোৱাৰ প্রশংসা কৰা ।

**১১৭** হে জাতিবিলাক, যিহোৱাৰ প্রশংসা
কৰা ;
হে সমস্ত লোকসমূহ, তেওঁৰ শলাগ লোৱা ।
[২] কিয়নো আমালৈ তেওঁৰ দয়া মহৎ,
আৰু যিহোৱাৰ সত্যতা সদাকাললৈকে থাকে ।
তোমালোকে যিহোৱাৰ প্রশংসা কৰা ।

১১৮ তোমালোকে যিহোবার ধন্যবাদ করা,
কিয়নো তেওঁ মঙ্গলময়,
কারণ তেওঁর দয়া সদাকাললৈকে থাকে।
২ ইস্রায়েলে কওক,
তেওঁর দয়া সদাকাললৈকে থাকে।
৩ হারোণর বংশই কওক,
তেওঁর দয়া সদাকাললৈকে থাকে।
৪ যিহোবালৈ ভয় রাখোঁতাবিলাকে কওক,
তেওঁর দয়া সদাকাললৈকে থাকে।
৫ময় সঙ্কটর কালত যিহোবার নামেরে প্রার্থনা
করিলোঁ;
যিহোবাই মোক উত্তর দি বহল ঠাইত থলে।
৬ যিহোবা মোর কলীয়া, ময় ভয় নকরোঁ;
মানুহে মোক কি করিব পারে?
৭ মোর সহায় করিবলৈ যিহোবা মোর কলীয়া;
এতেকে ময়, মোক ঘিণাওঁতাবোরর ওপরত
মোর বাঞ্ছা সিদ্ধ হোৱা দেখিবলৈ পাম।
৮ মানুহত ভারসা রখাতকৈ,
যিহোবাত আশ্রয় লোবাই ভাল।
৯ অধিপতিবিলাকত ভারসা রখাতকৈ,
যিহোবাত আশ্রয় লোবাই ভাল।
১০ আটাই জাতিয়ে মোক বেরি ধরিলে;
ময় যিহোবার নামেরে সিহঁতক সংহার
করিলোঁ।
১১ সিহঁতে মোক বেরি ধরিলে, মোক বেরি
ধরিলেই;
ময় যিহোবার নামেরে সিহঁতক উচ্ছন্ন করিলোঁ।
১২ সিহঁতে মৌমাখির দরে মোক বেরি ধরিলে;
সিহঁত একেবারে কাঁইটর জুইর দরে নুমাই
গল;
ময় যিহোবার নামেরে সিহঁতক উচ্ছন্ন করিলোঁ।
১৩ তয় মোক পেলাবর মনেরে বড়কৈ ঠেলিছিলি,
কিন্তু যিহোবাই মোক সহায় করিলে।
১৪ যিহোবা মোর বল, আরু গানর বিষয়;
মোর পরিত্রাণো তেরেঁই।
১৫ ধার্ম্মিকবিলাকর তাম্বুত আনন্দ আরু পরিত্রাণর
ধ্বনি উঠিছে;
যিহোবার সোঁ হাতে মহৎ কার্য্য করিলে।
১৬ যিহোবার সোঁ হাত উন্নত;
যিহোবার সোঁ হাতে মহৎ কার্য্য করিলে।
১৭ ময় নমরিম, কিন্তু জীয়াই থাকিম,
আরু যিহোবার কার্য্যবোর প্রকাশ করিম।
১৮ যিহোবাই মোক বড়কৈ শাস্তি দিলে;
কিন্তু তেওঁ মোক মৃত্যুর হাতত সোধাই দিয়া
নাই।
১৯ মোলৈ ধার্ম্মিকতার দুবারবোর মুকলি করা;
ময় সেইবোরেদি সোমাই যিহোবার ধন্যবাদ
করিম।
২০ এয়ে যিহোবার দুবার;
এয়েদি ধার্ম্মিকবিলাক্হে সোমায়।
২১ ময় তোমার ধন্যবাদ করিম; কিয়নো তুমি
মোক উত্তর দিলা,
আরু মোর পরিত্রাণ হলা।
২২ ঘর-সজোঁয়াবিলাকে যি শিল অগ্রাহ্য করিছিল,
সেয়ে চুকর প্রধান শিল হল।
২৩ এয়ে যিহোবার কর্ম্ম,
আরু এয়ে আমার দৃষ্টিত আশ্চরিত।
২৪ এয়ে যিহোবাই নিরূপণ করা দিন;
আহাঁ, আমি এই দিনা আনন্দ আরু উল্লাস
করোঁহঁক।
২৫ হে যিহোবা, বিনয় করোঁ, পরিত্রাণ করা;
হে যিহোবা, বিনয় করোঁ, শুভ করা।
২৬ যি জন যিহোবার নামেরে আহে, সেই জন
ধন্য;
আমি যিহোবার গৃহর পরা তোমালোকক
আশীর্ব্বাদ করিছোঁ।
২৭ যিহোবাই ঈশ্বর, তেওঁ আমাক দীপ্তি দিলে;
তোমালোকে বলিবোর রচিরে বান্ধা, বেদির
শিঙ্গলৈকে বান্ধা।
২৮ তুমি মোর ঈশ্বর, ময় তোমার ধন্যবাদ করিম;
তুমি মোর ঈশ্বর, ময় তোমাক উন্নত করিম।
২৯ তোমালোকে যিহোবার ধন্যবাদ করা, কিয়নো
তেওঁ মঙ্গলময়,
কারণ তেওঁর দয়া সদাকাললৈকে থাকে।

১১৯ আলেফ।

১ যিবিলাক আচরণ ব্যবহারত সিদ্ধ, সিবিলাক
ধন্য;
যিবিলাকে যিহোবার ব্যবস্থা অনুসারে চলে,
সিবিলাক ধন্য।
২ যিবিলাকে তেওঁর সাক্ষ্যবোর পালন করে,
সিবিলাক ধন্য;

যিবিলাকে সমস্ত মনেরে তেওঁক বিচারে,
সিবিলাক ধন্য।
[৩] সিবিলাকে অন্যায় নকরে,
তেওঁর পথত গমন করে।
[৪] যত্নেরে তোমার আদেশবোর পালন করিবলৈ,
তুমি আমাক আজ্ঞা করিলা।
[৫] তোমার বিধিবোর পালন করিবলৈ,
মোর পথ স্থির হলে কেনে ভাল পাওঁ!
[৬] সেয়ে হলে, যেতিয়া তোমার আজ্ঞামতে মই চলিম,
তেতিয়া মই বঞ্চিত নহম।
[৭] যেতিয়া তোমার ধার্ম্মিকতাযুক্ত শাসন-প্রণালী-বোর শিকোঁ,
তেতিয়া মই শুদ্ধ মনেরে তোমার ধন্যবাদ করিম।
[৮] মই তোমার বিধিবোর পালন করিম;
মোক নিচেইকৈ পরিত্যাগ নকরিবা।

বেইৎ।

[৯] ডেকা মানুহে কিহেরে আপোন পথ শুদ্ধ করিব?
তোমার বাক্যর দরে তাত মনোযোগ দিয়ার দ্বারায় করিব।
[১০] মই সমস্ত মনেরে তোমাক বিচারিছোঁ;
তুমি মোক তোমার আজ্ঞা পথর পরা ভ্রান্ত হৈ যাব নিদিবা।
[১১] মই যেন তোমার অহিতে পাপ নকরোঁ,
এই নিমিত্তে মই তোমার বাক্য মোর মনত সাঁচিলোঁ।
[১২] হে যিহোবা, তুমি ধন্য;
তোমার বিধিবোর মোক শিকোৱা।
[১৩] তোমার মুখর সকলো শাসন-প্রণালী
মই নিজ ওঁঠেরে প্রকাশ করিলোঁ।
[১৪] সমস্ত ধনত আনন্দ করাতকৈ,
তোমার সাক্ষ্যবোরর পথত মই অধিক আনন্দ করিলোঁ।
[১৫] মই তোমার আদেশবোর ধ্যান করিম,
তোমার পথলৈ দৃষ্টি রাখিম।
[১৬] মই তোমার বিধিবোরত হর্ষিত হম;
মই তোমার বাক্য নেপাহরিম।

গীমেল।

[১৭] মই জীয়াই থাকিবর নিমিত্তে তুমি আপোন দাসলৈ প্রচুর পরিমাণে মঙ্গল করা;
তাতে মই তোমার বাক্য পালন করিম।
[১৮] মই তোমার ব্যবস্থাত আশ্চরিত আশ্চরিত বিষয় দেখিবর নিমিত্তে,
মোর চকু মুকলি করা।
[১৯] মই পৃথিবীত প্রবাসী মাথোন;
মোর পরা তোমার আজ্ঞাবোর লুকুৱাই নেরাখিবা।
[২০] সকলো সময়ত তোমার শাসন-প্রণালীবোরলৈ মোর প্রাণর যি হাবিয়াহ,
তারেই মোর মন ভগ্ন হৈছে।
[২১] তোমার আজ্ঞা-পথর পরা যিবোর ভ্রান্ত হৈ যায়,
এনে শাপগ্রস্ত অহঙ্কারীবোরক তুমি ধমকালা।
[২২] মোর পরা নিন্দা আরু অপমান দূর করা;
কিয়নো মই তোমার সাক্ষ্যবোর পালন করি আহিছোঁ।
[২৩] প্রধানবিলাকেও বহি মোর অহিতে কথা কয়;
কিন্তু তোমার দাসে তোমার বিধিবোর ধ্যান করে।
[২৪] তোমার সাক্ষ্যবোর মোর আনন্দ আরু মোর মন্ত্রী।

দালেৎ।

[২৫] মোর মন ধূলিত লাগিছে;
তোমার বাক্য অনুসারে মোক পুনরায় জীউৱা।
[২৬] মই আপোন আচরণ-ব্যবহার তোমাক জনালোঁ,
তুমি মোক উত্তর দিলা;
তোমার বিধিবোর মোক শিকোৱা।
[২৭] তোমার আদেশবোরর পথ মোক বুজুউৱা;
তাতে মই তোমার আশ্চরিত কার্য্যবোর ধ্যান করিম।
[২৮] দুঃখত মোর মন দ্রব হৈছে;
তোমার বাক্য অনুসারে মোক সবল করা
[২৯] মিছা কথার পথ মোর পরা দূর করা;
কৃপা করি তোমার ব্যবস্থা মোক দান করা।
[৩০] মই বিশ্বস্ততার পথ মনোনীত করিলোঁ;
মই তোমার শাসন-প্রণালীবোর মোর সম্মুখত রাখিলোঁ।
[৩১] মই তোমার সাক্ষ্যবোরত আসক্ত হৈছোঁ;
হে যিহোবা, মোক বঞ্চিত হবলৈ নিদিবা।
[৩২] তুমি মোর মন মুকলি করা সময়ত,
মই তোমার আজ্ঞা-পথত লরি যাম।

হেই।

[৩৩] হে যিহোৱা, মোক তোমার বিধিবোরর পথ দেখুউৱা ;
তাতে ময় শেষলৈকে তাক পালন করিম।

[৩৪] তুমি মোক জ্ঞান দিয়া, তাতে ময় তোমার ব্যৱস্থা মানিম ;
ময় অৱশ্যে সমস্ত চিত্তেরে তাক পালন করিম।

[৩৫] তোমার আজ্ঞা-পথত মোক চলোৱা ;
কিয়নো তাতেই ময় সন্তোষ পাওঁ।

[৩৬] তোমার সাক্ষ্যবোরলৈ মোর মন আকর্ষণ করা,
লোভলৈ আকর্ষণ নকরিবা।

[৩৭] অসার দৃষ্টির পরা মোর চকু ঘুরুউৱা ;
তোমার পথত মোক পুনরায় জীউৱা।

[৩৮] যি বাক্যই তোমালৈ মানুহর ভয় জন্মায়,
সেই বাক্য তোমার দাসলৈ স্থির করা।

[৩৯] ময় ভয় করা দুর্নাম দূর করা ;
কিয়নো তোমার শাসন-প্রণালীবোর মঙ্গলময়।

[৪০] দেখা, ময় তোমার আদেশবোরলৈ হাবিয়াহ করিছোঁ ;
তোমার ধার্ম্মিকতার দ্বারায় মোক পুনরায় জীউৱা।

বাব।

[৪১] হে যিহোৱা, মোলৈ তোমার নানা দয়া হওক,
তোমার বাক্য অনুসারে তোমার পরিত্রাণো হওক।

[৪২] সেয়ে হলে, মোক নিন্দা করোঁতা লোকক ময় উত্তর দিব পারিম ;
কিয়নো ময় তোমার বাক্যত ভারসা করিছোঁ।

[৪৩] মোর মুখর পরা তোমার সত্য বাক্য নিচেইকৈ দূর নকরিবা ;
কিয়নো ময় তোমার শাসন-প্রণালীবোরত আশা করিছোঁ।

[৪৪] তাতে ময় যুগে যুগে অনন্ত কাললৈকে
তোমার ব্যৱস্থা পালন করিম।

[৪৫] ময় বহল বাটেদি চলি যাম ;
কিয়নো ময় তোমার আদেশবোরর বিচার লৈছোঁ,

[৪৬] ময় রজাবিলাকর আগতো তোমার সাক্ষ্য-বোরর বিষয়ে কম ;
ময় লাজ নেপাম।

[৪৭] তোমার যি আজ্ঞা ময় ভাল পাওঁ
সেইবোরত ময় হর্ষিত হম।

[৪৮] তোমার যি আজ্ঞাবোর ময় ভাল পাওঁ, সেই-বোরর নিমিত্তে ময় হাত মেলিম,
আরু ময় তোমার আদেশবোর ধ্যান করিম।

জয়িন।

[৪৯] তোমার দাসর আগত কোৱা বাক্যটী তুমি সোঁৱরণ করা ;
কিয়নো তুমি মোর আশা জন্মালা।

[৫০] দুঃখর সময়ত এয়ে মোর সান্ত্বনা, যে,
তোমার বাক্যই মোক পুনরায় জীয়ালে।

[৫১] অহঙ্কারীবোরে মোক অতিশয় ইতিকিং করিলে ;
তথাপি ময় তোমার ব্যৱস্থার পরা একলীয়া হোৱা নাই।

[৫২] হে যিহোৱা, ময় তোমার পূর্ব্বকালর শাসন-প্রণালীবোর সুঁৱরি,
নিজকে নিজে সান্ত্বনা দিলোঁ।

[৫৩] তোমার ব্যৱস্থা ত্যাগ করা দুষ্টবোরর নিমিত্তে,
মোর ক্রোধ জ্বলি উঠিল।

[৫৪] মোর প্রবাসর ঘরত থকা সকলো দিনত,
তোমার বিধিবোর মোর গানর বিষয় হৈ আহিছে।

[৫৫] হে যিহোৱা, ময় রাতি কালত তোমার নাম সোঁৱরণ করিলোঁ,
আরু তোমার ব্যৱস্থা পালন করি আহিছোঁ।

[৫৬] ময় যে তোমার আদেশবোর পালন করিলোঁ,
এয়ে মোর বর হল।

হেইৎ।

[৫৭] যিহোৱা মোর পাব লগীয়া অংশ ;
ময় কলোঁ, ময় তোমার বাক্যবোর পালন করিম।

[৫৮] মোর সমস্ত চিত্তেরে ময় তোমার অনুগ্রহ মাগিলোঁ ;
তোমার বাক্য অনুসারে মোলৈ কৃপা করা।

[৫৯] ময় আপোন পথ বিবেচনা করি,
তোমার সাক্ষ্যবোরর পথলৈ মোর ভরি ঘুরালোঁ।

[৬০] ময় তোমার আজ্ঞাবোর পালন করিবলৈ,
পলম নকরি খর করিলোঁ।

[৬১] দুষ্টবোরর জরীয়ে মোক মেরাইছে ;
কিন্তু ময় তোমার ব্যৱস্থা পাহরা নাই।

৬২ তোমার ধাৰ্ম্মিকতাযুক্ত শাসন-প্ৰণালীবোৰৰ নিমিত্তে,
তোমাৰ ধন্যবাদ কৰিবলৈ মই মাজ-নিশা উঠিম।
৬৩ যিবিলাকে তোমাক ভয় কৰে,
আৰু তোমাৰ আদেশবোৰ পালন কৰে, মই সিবিলাকৰ লগৰীয়া।
৬৪ হে যিহোৱা, পৃথিবী তোমাৰ দয়াৰে পৰিপূৰ্ণ;
মোক তোমাৰ বিধিবোৰ শিকোৱা।

টেইট।

৬৫ হে যিহোৱা, তুমি আপোন বাক্য অনুসাৰে,
নিজ দাসলৈ মঙ্গল ব্যৱহাৰ কৰিলা।
৬৬ মোক উত্তম বিচাৰ আৰু জ্ঞান শিক্ষা দিয়া;
কিয়নো মই তোমাৰ আজ্ঞাবোৰত বিশ্বাস কৰিলোঁ।
৬৭ মই দুঃখ পোৱাৰ আগেয়ে বিপথে গৈছিলোঁ,
কিন্তু এতিয়া হলে, মই তোমাৰ বাক্য পালন কৰিছোঁ।
৬৮ তুমি মঙ্গলময় আৰু মঙ্গলকাৰী;
তোমাৰ বিধিবোৰ মোক শিকোৱা।
৬৯ অহঙ্কাৰীবোৰে মোৰ অহিতে মিছা কথা সাজিলে;
কিন্তু মই সমস্ত চিত্তেৰে তোমাৰ আদেশবোৰ পালন কৰিম।
৭০ সিহঁতৰ অন্তঃকৰণ তেলেৰে ঢকা হৈছে;
কিন্তু মই হলে তোমাৰ ব্যৱস্থাত হৰ্ষিত হওঁ।
৭১ মই তোমাৰ বিধিবোৰ শিকিবৰ নিমিত্তে
মই পোৱা দুঃখো মোৰ পক্ষে শুভজনক।
৭২ হাজাৰ হাজাৰ সোণ আৰু ৰূপতকৈয়ো,
তোমাৰ মুখৰ ব্যৱস্থা মোলৈ বহুমূল্য।

ইয়োদ।

৭৩ তোমাৰ হাতেই মোক সৃজিলে, মোক গঠন কৰিলে;
তোমাৰ আজ্ঞাবোৰ শিকিবৰ নিমিত্তে মোক জ্ঞান দান কৰা।
৭৪ তোমালৈ ভয় ৰাখোঁতাবিলাকে মোক দেখি আনন্দিত হব;
কিয়নো মই তোমাৰ বাক্যত আশা কৰি আছিছোঁ।
৭৫ হে যিহোৱা, তোমাৰ শাসন-প্ৰণালীবোৰ যে ন্যায়,
আৰু তুমি আপোন বিশ্বস্ততাৰে যে মোক দুঃখ দিলা, তাক মই জানো;
৭৬ মিনতি কৰোঁ, তোমাৰ দাসৰ আগত কোৱা তোমাৰ বাক্যৰ দৰে,
তোমাৰ দয়া মোৰ সান্ত্বনাজনক হওক।
৭৭ মই জীয়াই থাকিবৰ নিমিত্তে মোলৈ তোমাৰ নানা কৃপা হওক;
কিয়নো তোমাৰ ব্যৱস্থা মোৰ হৰ্ষজনক।
৭৮ অহঙ্কাৰী লোকে লাজ পাওক, কিয়নো সিহঁতে মোক অকাৰণে অন্যায় কৰে;
কিন্তু মই হলে, তোমাৰ আদেশবোৰ ধ্যান কৰোঁ।
৭৯ তোমালৈ ভয় ৰাখোঁতাবিলাকে মোৰ ফালে মুখ কৰোক;
তাতে সিবিলাকে তোমাৰ সাক্ষ্যবোৰ জানিব।
৮০ মই লাজ নেপাবৰ নিমিত্তে,
মোৰ অন্তঃকৰণ তোমাৰ বিধিবোৰত সিদ্ধ হওক।

কফ।

৮১ তোমাৰ পৰিত্ৰাণলৈ মোৰ মনে অতি হাবিয়াহ কৰিছে;
কিন্তু মই তোমাৰ বাক্যত আশা কৰোঁ।
৮২ তুমি মোক কেতিয়া সান্ত্বনা দিবা? এই বুলি কওঁতে,
তোমাৰ বাক্যৰ অপেক্ষাত মোৰ চকু সোমাইছে।
৮৩ কিয়নো মই ধূঁৱাত থকা মোটৰ নিচিনা হলোঁ;
তথাপি মই তোমাৰ বিধিবোৰ পাহৰা নাই।
৮৪ তোমাৰ দাসৰ আয়ুসৰ কাল কিমান?
মোক তাড়না কৰোঁতাবোৰৰ বিচাৰ তুমি কেতিয়া কৰিবা?
৮৫ যিবোৰে তোমাৰ ব্যৱস্থাৰ দৰে নচলে,
এনে অহঙ্কাৰীবোৰে মোলৈ গাঁত খানিলে।
৮৬ তোমাৰ সকলো আজ্ঞা বিশ্বাসৰ যোগ্য;
সিহঁতে অন্যায়ৰূপে মোক তাড়না কৰে; তুমি মোক সহায় কৰা।
৮৭ সিহঁতে পৃথিবীত মোক প্ৰায় উচ্ছন্ন কৰিলে;
তথাপি মই তোমাৰ আদেশবোৰ ত্যাগ কৰা নাই।
৮৮ তোমাৰ দয়া অনুসাৰে মোক পুনৰায় জীওৱা;

তাতে মই তোমার মুখর সাক্ষ্যবোর পালন করিম।

লামেদ।

৮৯ হে যিহোৱা, অনন্ত কাললৈকে
তোমার বাক্য স্বর্গত স্থাপিত হল।
৯০ তোমার বিশ্বস্ততা পুরুষে পুরুষে আছে;
তুমি পৃথিবী স্থাপন করিলত, সেয়ে সুস্থির আছে।
৯১ তোমার শাসন-প্রণালী অনুসারে সকলোবেই আজিলৈকে থিরে আছে;
কিয়নো সকলোবেই তোমার দাস।
৯২ তোমার ব্যৱস্থা মোর হর্ষজনক নোহোৱা হলে,
মই আপোন ক্লেশত বিনষ্ট হলোঁহেঁতেন।
৯৩ মই তোমার আদেশবোর কেতিয়াও নেপাহরোঁ;
কিয়নো তারেই তুমি মোক পুনরায় জীয়ালা।
৯৪ মই তোমারেই, মোক পরিত্রাণ করা;
কিয়নো মই তোমার আদেশবোর বিচারিছোঁ।
৯৫ দুষ্টবোরে মোক বিনষ্ট করিবলৈ খাপ দি আছে;
কিন্তু মই তোমার সাক্ষ্যবোর বিবেচনা করি আছোঁ।
৯৬ মই সকলো শ্রেণীর পদার্থ সীমাযুক্ত দেখিলোঁ;
কিন্তু তোমার আজ্ঞা অসীম।

মেইম।

৯৭ মই তোমার ব্যৱস্থা কেনে ভাল পাওঁ!
ওরেদিন্টো সেয়ে মোর ধ্যানর বিষয়।
৯৮ মোর শত্রুবোরতকৈ তোমার আজ্ঞাবোরে মোক জ্ঞানী করে;
কিয়নো সেইবোর মোর লগত সদায় থাকে।
৯৯ মোর আটাই শিক্ষকতকৈ মই জ্ঞানী;
কিয়নো তোমার সাক্ষ্যবোর মোর ধ্যানর বিষয়।
১০০ মই বৃদ্ধ লোকবিলাকতকৈয়ো অধিক বুজোঁ;
কারণ মই তোমার আদেশবোর পালন করি আহিছোঁ।
১০১ তোমার বাক্য পালন করিবর নিমিত্তে,
মই সকলো কুপথর পরা আপোন ভরি আঁতরাই রাখিলোঁ।
১০২ মই তোমার শাসন-প্রণালীবোরর পরা এফলীয়া হোৱা নাই;
কিয়নো তুমিয়েই মোক শিক্ষা দিলা।
১০৩ তোমার বাক্য মোর জিবাত কেনে মধুর লাগে!
সেয়ে মোর মুখত মৌর কৌঁহতকৈয়ো সোৱাদ লাগে।
১০৪ তোমার আদেশবোরর দ্বারায় মই জ্ঞান পাওঁ;
এই নিমিত্তে মই সকলো মিছা পথ ঘিণ করোঁ;

নূন।

১০৫ তোমার বাক্য মোর ভরির নিমিত্তে প্রদীপ-স্বরূপ,
আরু মোর পথর দীপ্তিস্বরূপ।
১০৬ মই তোমার ধার্ম্মিকতাযুক্ত শাসন-প্রণালীবোর পালন করিম বুলি,
শপথ করিলোঁ আরু থিরো করিলোঁ।
১০৭ হে যিহোৱা, মই অতিশয় দুঃখ পাইছোঁ;
তোমার বাক্য অনুসারে মোক পুনরায় জীওৱা।
১০৮ হে যিহোৱা, বিনয় করোঁ, মোর মুখে ইচ্ছামতে দিয়া উপহার গ্রহণ করা,
আরু তোমার শাসন-প্রণালীবোর মোক শিকোৱা।
১০৯ মোর প্রাণ সদায় আঁচলত বান্ধি লৈ ফুরিছোঁ;
তথাপি মই তোমার ব্যৱস্থা নেপাহরোঁ।
১১০ দুষ্টবোরে মোলৈ ফান্দ পাতিলে;
তথাপি মই তোমার আদেশবোরর পরা বিপথে যোৱা নাই।
১১১ মই তোমার সাক্ষ্যবোর সদাকাললৈকে মোর আধিপত্য বুলি গ্রহণ করিলোঁ;
কিয়নো সেইবোর মোর মনর হর্ষজনক।
১১২ মই সদাকালর নিমিত্তে শেষলৈকে তোমার বিধিবোর পালন করিবলৈ,
মোর মন থির করিলোঁ।

চামেক।

১১৩ দুই মনর লোকক মই ঘিণ করোঁ;
কিন্তু তোমার ব্যৱস্থাক মই প্রেম করোঁ।
১১৪ তুমি মোর গুপ্তস্থান আরু ঢাল;
তোমার বাক্যত মই আশা করোঁ।
১১৫ মই মোর ঈশ্বরর আজ্ঞাবোর পালন করিবর নিমিত্তে,
হে কুকর্ম্মী লোক, মোর পরা দূর হ।
১১৬ মই জীয়াই থাকিবর নিমিত্তে,

তুমি আপোন বাক্য অনুসারে মোক ধরি রাখা,
মোর আশাত মোক লাজ পাবলৈ নিদিবা।
১১৭ মোক ধরি রাখা ; তাতে ময় পরিত্রাণ পাম,
আরু ময় সদায় তোমার বিধিবোরলৈ দৃষ্টি রাখিম।
১১৮ তুমি আপোন বিধিবোরর পরা অপথে যোবা সকলোকে হেয়জ্ঞান করিছা ;
কিয়নো সিহঁতর প্রবঞ্চনা বৃথা।
১১৯ তুমি পৃথিবীর সকলো দুষ্টক ভাঁজর দরে দূর করিছা ;
এই হেতুকে ময় তোমার সাক্ষ্যবোর প্রেম করোঁ।
১২০ তোমার ভয়ত মোর শরীর কঁপে ;
তোমার শাসন-প্রণালীবোরলৈ ময় ভয় রাখোঁ।

অয়িন।

১২১ ময় ন্যায় আরু ধর্ম্ম-আচরণ করিলোঁ ;
মোক উপদ্রবকারীবোরর হাতত এরি নিদিবা।
১২২ মঙ্গলর নিমিত্তে তুমি আপোন দাসর জামিন হোবা ;
মোক অহঙ্কারীবোরক উপদ্রব করিবলৈ নিদিবা।
১২৩ তোমার পরিত্রাণ আরু তোমার ন্যায় বাক্যর নিমিত্তে,
মোর চকু সোমাইছে।
১২৪ তোমার দয়া অনুসারে তোমার নিজ দাসলৈ ব্যবহার করা,
আরু তোমার বিধিবোর মোক শিকোবা।
১২৫ ময় তোমার দাস ; ময় যেন তোমার সাক্ষ্যবোর জানিম,
এই নিমিত্তে মোক জ্ঞান দিয়া।
১২৬ যিহোবাই কার্য্য করিবর সময় হৈছে ;
কিয়নো সিহঁতে তোমার ব্যবস্থা ব্যর্থ করিলে।
১২৭ এই হেতুকে ময় সোণ আরু শুদ্ধ সোণতকৈয়ো,
তোমার আজ্ঞাবোর ভাল পাওঁ।
১২৮ এই কারণে সকলো বিষয়তে তোমার আদেশবোর ময় ন্যায় বুলি মানো ;
ময় সকলো মিছা পথ ঘিণ করোঁ।

পেই।

১২৯ তোমার সাক্ষ্যবোর আশ্চরিত ;
এই হেতুকে মোর মনে সেইবোর পালন করে।
১৩০ তোমার বাক্য-প্রকাশে দীপ্তি দিয়ে ;
সেয়ে হোজাবিলাকক সুবুদ্ধি দিয়ে।
১৩১ ময় মুখ মেলি ফোঁপাই ফুরিলোঁ ;
কিয়নো ময় তোমার আজ্ঞাবোরলৈ অতিশয় হাবিয়াহ করিলোঁ।
১৩২ তোমার নাম ভাল পোবা লোকলৈ ব্যবহার করার দরে,
মোলৈ দৃষ্টি করি কৃপা করা।
১৩৩ তোমার বাক্যস্বরূপ পথত মোর খোজ থির করা,
আরু কোনো অধর্ম্মক মোর ওপরত অধিকার করিবলৈ নিদিবা।
১৩৪ মানুহর উপদ্রবর পরা মোক মুক্ত করা ;
তাতে ময় তোমার আদেশবোর পালন করিম।
১৩৫ তোমার দাসলৈ আপোন মুখ উজ্জ্বল করা,
আরু তোমার বিধিবোর মোক শিকোবা।
১৩৬ নদীর পানীর নিচিনাকৈ মোর চকু-লো বৈ গৈছে ;
কারণ লোকবিলাকে তোমার ব্যবস্থা পালন নকরে।

চাধেই।

১৩৭ হে যিহোবা, তুমি ধার্ম্মিক,
আরু তোমার শাসন-প্রণালীবোর যথার্থ।
১৩৮ তুমি ধার্ম্মিকতা আরু অতি বিশ্বস্ততাত
তোমার সাক্ষ্যবোর আদেশ করিলা।
১৩৯ মোর উৎসাহে মোক গ্রাস করিছে ;
কারণ মোর শত্রুবোরে তোমার বাক্যবোর পাহরিলে।
১৪০ তোমার বাক্য অতি শুদ্ধ ;
এই নিমিত্তে তোমার দাসে তাক প্রীতি করে।
১৪১ ময় ক্ষুদ্র আরু তুচ্ছনীয় ;
তথাপি ময় তোমার আদেশবোর নেপাহরোঁ।
১৪২ তোমার ধার্ম্মিকতা চিরস্থায়ী ধার্ম্মিকতা,
আরু তোমার ব্যবস্থা সত্য।
১৪৩ দুঃখ আরু ক্লেশে মোক ধরিলে ;
তথাপি তোমার আজ্ঞাবোর মোর হর্ষজনক।
১৪৪ তোমার সাক্ষ্যবোর অনন্ত কাললৈকে ন্যায় ;
ময় জীয়াই থাকিবর নিমিত্তে মোক জ্ঞান দান করা।

কোফ।

[১৪৫] মই সমস্ত মনেরে প্ৰাৰ্থনা করিলোঁ, "হে যিহোৱা, মোক উত্তর দিয়া,
মই তোমার বিধিবোর পালন করিম।"
[১৪৬] মই তোমার আগত প্ৰাৰ্থনা করিলোঁ, মোক পরিত্রাণ করা;
তাতে মই তোমার সাক্ষ্যবোর পালন করিম।
[১৪৭] মই রাতি নৌ পুৱাওঁতেই কাতরোক্তি করিলোঁ।
মই তোমার বাক্যত আশা করিলোঁ।
[১৪৮] তোমার বাক্য ধ্যান করিবর নিমিত্তে,
মোর চকুৱে রাতি শেষ হবলৈ অপেক্ষা নকরে।
[১৪৯] তোমার দয়া অনুসারে মোর স্বর শুনা;
হে যিহোৱা, তোমার শাসন-প্রণালী অনুসারে মোক পুনরায় জীউৱা।
[১৫০] কুকৰ্ম্মর পাছত যাওঁতাবোর ওচর চাপিছে;
সিহঁত তোমার ব্যৱস্থার পরা আঁতর।
[১৫১] হে যিহোৱা, তুমি ওচর,
আরু তোমার আটাই আজ্ঞা সত্য;
[১৫২] মই তোমার সাক্ষ্যবোরর দ্বারায় পূৰ্ব্বরে পরা জানি আছোঁ, যে,
তুমি সেইবোর সদাকাললৈকে স্থাপন করিলা।

রেইচ।

[১৫৩] তুমি মোর দুঃখলৈ দৃষ্টি করি মোক উদ্ধার করা;
কিয়নো মই তোমার ব্যৱস্থা নেপাহরোঁ।
[১৫৪] মোর অভিযোগ প্রতিবাদ করি মোক মুক্ত করা;
তোমার বাক্য অনুসারে মোক পুনরায় জীউৱা।
[১৫৫] দুষ্টবোরর পরা পরিত্রাণ দূর;
কিয়নো সিহঁতে তোমার বিধিবোর নিবিচারে।
[১৫৬] হে যিহোৱা, তোমার করুণা বহুবিধ;
তোমার শাসন-প্রণালী অনুসারে মোক পুনরায় জীউৱা।
[১৫৭] মোর তাড়নাকারী আরু শত্রু অনেক;
কিন্তু মই তোমার সাক্ষ্যবোরর পরা এফলীয়া হোৱা নাই।
[১৫৮] মই বিশ্বাসঘাতকবোরক দেখি ঘিণ করোঁ;
কারণ সিহঁতে তোমার বাক্য পালন নকরে।
[১৫৯] দেখা, মই তোমার আদেশবোর কেনে প্রীতি করোঁ!
হে যিহোৱা, তোমার দয়া অনুসারে মোক পুনরায় জীউৱা।
[১৬০] তোমার বাক্যর সমষ্টি সত্য;
তোমার প্রত্যেক ন্যায় শাসন-প্রণালী সদাকাললৈকে থাকে।

চীন।

[১৬১] অধ্যক্ষবিলাকে মোক অকারণে তাড়না করিলে;
কিন্তু মোর মনে তোমার বাক্যলৈ ভয় রাখে।
[১৬২] বহুৎ লুটদ্রব্য পোৱা জনর নিচিনাকৈ,
মই তোমার বাক্যত হৰ্ষ করোঁ।
[১৬৩] মই মিছাক ঘিণাও আরু তুচ্ছ করোঁ,
কিন্তু তোমার ব্যৱস্থাক প্রেম করোঁ।
[১৬৪] তোমার ধাৰ্ম্মিকতাযুক্ত শাসন-প্রণালীবোরর নিমিত্তে,
মই দিনে সাত্‌বারকৈ তোমার প্রশংসা করোঁ।
[১৬৫] যিবিলাকে তোমার ব্যৱস্থাক প্রেম করে, সিবিলাকর পরম-শান্তি হয়;
সিবিলাক উজুটি খোৱার কোনো কারণ নাই।
[১৬৬] হে যিহোৱা, মই তোমার পরিত্রাণলৈ অপেক্ষা করিলোঁ,
আরু তোমার আজ্ঞাবোর সিদ্ধ করিলোঁ।
[১৬৭] মোর মনে তোমার সাক্ষ্যবোর পালন করিলে;
মই সেইবোরক অতিশয় প্রেম করোঁ।
[১৬৮] মই তোমার আদেশ আরু সাক্ষ্যবোর পালন করিলোঁ;
কিয়নো মোর সকলো পথ তোমার সাক্ষাতে আছে।

তাব।

[১৬৯] হে যিহোৱা, মোর কাতরোক্তি তোমার সন্মুখত উপস্থিত হওক;
তোমার বাক্য অনুসারে মোক জ্ঞান দান করা।
[১৭০] মোর নিবেদন তোমার আগত উপস্থিত হওক;
তোমার বাক্যর দরে মোক উদ্ধার করা।
[১৭১] মোর ওঁঠে প্রশংসা প্রকাশ করোক;

কিয়নো তুমি মোক তোমার বিধিবোর শিকাইছা।
[172] মোর জিবাই তোমার বাক্য কীৰ্ত্তন করোক;
কিয়নো তোমার সকলো আজ্ঞা ন্যায়।
[173] তোমার হাতে মোক সহায় করিবলৈ যুগুত হওক;
কিয়নো ময় তোমার আদেশবোর মনোনীত করিলোঁ।
[174] হে যিহোবা, ময় তোমার পরিত্রাণলৈ হাবিয়াহ করিলোঁ;
তোমার ব্যৱস্থা মোর হৰ্ষজনক।
[175] মোর প্ৰাণ জীয়াই থাকিবলৈ দিয়া, তাতে সেয়ে তোমার প্রশংসা করিব;
তোমার শাসন-প্ৰণালীবোর মোর উপকারী হওক।
[176] ময় হেরোৱা মেৰৰ দৰে ভ্ৰান্ত হলোঁ, তুমি আপোন দাসক বিচারা;
কিয়নো ময় তোমার আজ্ঞাবোর নেপাহরোঁ।

## ১২০ যাত্রার সঙ্গীত।

[1] মোর সঙ্কটর কালত ময় যিহোবার আগত প্রার্থনা করিলোঁ;
তাতে তেওঁ মোক উত্তর দিলে।
[2] হে যিহোবা, মিছলীয়া ওঁঠর পরা মোর প্রাণ রক্ষা করা,
আরু প্রবঞ্চক জিবার পরা মোক উদ্ধার করা।
[3] হে প্রবঞ্চক জিবা, তোমাক কি দিয়া যাব?
তোমালৈ আরু কি করা যাব?
[4] বীরর চোকা কাঁড়, আরু রোতম গছর জলা আঙঠা।
[5] হায় হায়, ময় মেচেকত প্রবাস করিছোঁ,
কেদরর তাম্বুবোরর মাজত বসতি করিছোঁ!
[6] শান্তিক ঘিণাওঁতার লগত,
মোর প্রাণে বহু কাল বাস করিছে।
[7] ময় শান্তিপ্রিয়,
কিন্তু যেতিয়া ময় কথা কওঁ, তেতিয়া সিঁহতে যুদ্ধ করিবলৈ ইচ্ছা করে।

## ১২১ যাত্রার সঙ্গীত।

[1] ময় পৰ্ব্বতবোরর ফাললৈ মোর চকু তুলি কওঁ,
ক'র পরা মোর সহায় আহিব?
[2] যি জনাই আকাশ-মণ্ডল আরু পৃথিবী সৃষ্টি করিলে,
সেই যিহোবার পরা মোর সহায় আহিব।

[3] তেওঁ তোমার ভরি লরচর হবলৈ নিদিব;
তোমাক রাখোঁতা জনা টোপনি নেযাব।
[4] দেখা, যি জনাই ইস্রায়েলক রক্ষা করে,
তেওঁ টোপনি নেযাব, নিদ্রিত নহব।
[5] যিহোবা তোমার রক্ষক;
যিহোবা তোমার সোঁহাতে থকা তোমার ছাঁ-স্বরূপ।
[6] দিনত সূৰ্য্যই তোমাক প্রহার নকরিব,
আরু রাতি চন্দ্রয়ো তোমাক নেমারিব।
[7] যিহোবাই তোমাক সকলো অমঙ্গলর পরা রক্ষা করিব;
তেওঁ তোমার প্রাণ রক্ষা করিব।
[8] যিহোবাই এতিয়ার পরা অনন্ত কাললৈকে,
তুমি ওলাওঁতে সোমাওঁতে তোমাক রক্ষা করিব।

## ১২২ যাত্রার সঙ্গীত। দায়ূদর রচিত গীত।

[1] যেতিয়া লোকবিলাকে মোক কলে,
"বলা, যিহোবার গৃহলৈ যাওঁহঁক,"
তেতিয়া ময় আনন্দিত হলোঁ।
[2] হে যিরূচালেম, তোমার দুৱারবোরর ভিতরত,
ময় ভরি দি থিয় হৈ আছোঁ।
[3] লগালগিকৈ সজা নগরর নিচিনাকৈ,
হে যিরূচালেম, তুমি নিৰ্ম্মিত হলা।
[4] ইস্রায়েলর নিমিত্তে সাক্ষ্য দিবলৈ, আরু যিহোবার নামর ধন্যবাদ করিবলৈ,
ফৈদবিলাক, যিহোবার ফৈদবিলাকেই তালৈ উঠি যায়।
[5] কিয়নো সেই ঠাইত সোধর সিংহাসনবোর,
দায়ূদর বংশর সিংহাসনবোরেই স্থাপিত আছে।

[৬] তোমালোকে যিরূচালেমর শান্তির অৰ্থে প্ৰাৰ্থনা করা ;
[৭] তোমাক প্ৰেম কৰোঁতাবিলাকর মঙ্গল হব।
[৮] তোমার গড়র ভিতরত শান্তি হওক ;
তোমার অট্টালিকাবোরর মাজত মঙ্গল হওক।
[৮] মোর ভাই আরু বন্ধুবিলাকর কারণে ময় কওঁ,
তোমার মাজত শান্তি হওক।
[৯] আমার ঈশ্বর যিহোবার গৃহর নিমিত্তে,
ময় তোমার মঙ্গললৈ চেষ্টা করিম।

## ১২৩ যাত্রার সঙ্গীত।

[১] হে স্বৰ্গত থাকোঁতা জনা,
ময় তোমালৈ মোর চকু তোলোঁ।
[২] দেখা, বন্দীহঁতর চকুবে আপোনার গরাকীর হাতলৈ,
আরু বেটীর চকুবে বৈণীর হাতলৈ যেনেকৈ চায়,
তেনেকৈ, আমার ঈশ্বর যিহোবাই আমাক দয়া নকরেমানলৈকে,
আমার চকুবেও তেওঁলৈ চায়।
[৩] হে যিহোবা, আমাক কৃপা করা, আমাক কৃপা করা ;
কিয়নো আমি অপমানেরে নিতান্ত পূর হৈছোঁ।
[৪] সুখীয়াবোরর নিন্দা আরু অহঙ্কারীবোরর অপমানেরে,
আমার প্রাণ নিতান্ত পূর হৈছে।

## ১২৪ যাত্রার সঙ্গীত। দায়ূদর রচিত গীত।

[১] ইস্রায়েলে ইয়াকে কওক,
যদি যিহোবা আমার ফলীয়া নহলহেঁতেন,
[২] মনুষ্য আমার বিরুদ্ধে উঠা কালত,
যদি যিহোবা আমার ফলীয়া নহলহেঁতেন,
[৩] তেন্তে সিহঁতর ক্রোধ আমার ওপরত জ্বলি উঠাত,
সিহঁতে আমাক জীয়াই জীয়াই গ্রাস করিলেহেঁতেন ;
[৪] তেতিয়া জলসমূহে আমাক ডুবালেহেঁতেন,
আমার প্রাণর ওপরে জলর সোঁত বলেহেঁতেন ;
[৫] তেতিয়া ওকন্দা জলসমূহ আমার প্রাণর ওপরেদি বলেহেঁতেন।
[৬] যি জনাই চিকারস্বরূপে আমাক সিহঁতর দাঁতত পেলাই নিদিলে,
সেই যিহোবা ধন্য হওক।
[৭] ব্যাধর ফান্দর পরা সারি যোবা পক্ষীর নিচিনাকৈ আমার প্রাণ সারিল ;
ফান্দ চিগাত আমি সারিলোঁ।
[৮] যি জনাই আকাশ-মণ্ডল আরু পৃথিবী সৃষ্টি করিলে,
সেই যিহোবার নামত আমার সহায়।

## ১২৫ যাত্রার সঙ্গীত।

[১] যিবিলাকে যিহোবাত ভারসা রাখে,
সিবিলাক অলর আরু চিরস্থায়ী চিয়োন পর্ব্বতর নিচিনা।
[২] যেনেকৈ যিরূচালেমর চারিওফালে পর্ব্বতবোর আছে,
তেনেকৈ যিহোবা এতিয়ারে পরা অনন্ত কাললৈকে,
আপোন প্রজাবিলাকর চারিওফালে থাকে।
[৩] কিয়নো ধাৰ্ম্মিকবিলাকে অধৰ্ম্মলৈ হাত নেমেলিবর নিমিত্তে,
দুষ্টতার রাজদণ্ড ধাৰ্ম্মিকবিলাকর আধিপত্যর ওপরত নেথাকিব।
[৪] হে যিহোবা, সদাচারীবিলাকলৈ সদ্ব্যবহার করা,
সরল-চিত্তীয়াবিলাকলৈ মঙ্গল করা।
[৫] কিন্তু যিবোরে কুপথলৈ একলীয়া হৈ যায়,
যিহোবাই সিহঁতক কুকৰ্ম্মীবোরর লগত লৈ যাব।
ইস্রায়েলর ওপরত শান্তি হওক।

## ১২৬ যাত্রার সঙ্গীত।

[১] যিহোবাই যেতিয়া চিয়োনর বন্দী-অবস্থা পরিবর্ত্তন করিলে,
তেতিয়া আমি সপোন দেখা মানুহর নিচিনা হলোঁ।

² সেই কালত আমার মুখ হাঁহিরে,
আৰু আমার জিবা গানেরে পরিপূর্ণ হল ;
তেতিয়া জাতিবোরে কোৱাকুই করিলে,
"যিহোৱাই ইবিলাকর নিমিত্তে মহৎ কর্ম্ম করিলে।"
³ যিহোৱাই আমার নিমিত্তে মহৎ কর্ম্ম করিলে ;
এই নিমিত্তে আমি আনন্দিত হৈছোঁ।
⁴ হে যিহোৱা, দক্ষিণ দেশর জুরীবোর পরিবর্ত্তন করা নিচিনাকৈ;
আমার বন্দী-অৱস্থা পরিবর্ত্তন করা।
⁵ যিবিলাকে চকু-লোরে বয়,
সিবিলাকে আনন্দেরে দাব।
⁶ যি জনে কান্দি কান্দি বব লগীয়া কঠিয়া লৈ যায়,
সি অৱশ্যে আনন্দেরে আপোন ডাঙরি লৈ উভটি আহিব।

## ১২৭ যাত্রার সঙ্গীত। চলোমনর রচিত গীত।

¹ যিহোৱাই গৃহ নির্ম্মাণ নকরিলে,
নির্ম্মাণ করোঁতাবিলাকর পরিশ্রম বৃথা ;
যিহোৱাই নগর রক্ষা নকরিলে,
পরীয়াই পর দিয়াও মিছা।
² তোমালোকে সোনকালে উঠি পলমকৈ জিরাই পরিশ্রমর ফল ভোগ করা বৃথা ;
কিয়নো তেওঁ আপোন প্রিয়ক সুনিদ্রাতেই সেই একে ফল দিয়ে।
³ দেখা, সন্তানবিলাক যিহোৱাই দিয়া আধিপত্য,
আৰু গর্ভফল তেৱেঁই দিয়া পুরস্কার।
⁴ বীরর হাতত থকা কাঁড় যেনে,
ডেকা কালত জন্মা লরাবিলাক তেনে।
⁵ সেইবিলাকেরে যার তূণ পরিপূর্ণ হয়, সি ধন্য ;
যেতিয়া সিবিলাকে দুৱারত শত্রুবোরে সৈতে কথা পাতে,
তেতিয়া সিবিলাক লজ্জিত নহব।

## ১২৮ যাত্রার সঙ্গীত।

¹ যি জনে যিহোৱালৈ ভয় রাখে,
আৰু তেওঁর পথত চলে, সেই জন ধন্য ;
² কিয়নো তুমি আপোন হাতর শ্রমর ফল ভোগ করিবা,
তুমি সুখী হবা আৰু তোমার মঙ্গল হব।
³ তোমার গৃহর অন্তঃপুরর ভিতরত তোমার ভার্য্যা ফলৱতী দ্রাক্ষালতার নিচিনা হব ;
তোমার মেজর চারিওকালে তোমার সন্তানবিলাক জিতবৃক্ষর পুলির নিচিনা হব।
⁴ দেখা, যি জনে যিহোৱালৈ ভয় রাখে,
সি এই রূপে আশীর্ব্বাদপ্রাপ্ত হব।
⁵ যিহোৱাই চিয়োনর পরা তোমাক আশীর্ব্বাদ করিব ;
তোমার জীৱনর সকলো দিনত তুমি যিরূচালেমর মঙ্গল ভোগ করিবা।
⁶ এনে কি, তুমি আপোন পো-নাতিকো দেখিবলৈ পাবা।
ইস্রায়েলর ওপরত শান্তি হওক।

## ১২৯ যাত্রার সঙ্গীত।

¹ ইস্রায়েলে এই কথা কওক,
মোর যৌবন-কালরে পরা সিহঁতে মোক অনেকবার ক্লেশ দিলে।
² মোর যৌবন-কালরে পরা সিহঁতে মোক অনেকবার দুঃখ দিলে ;
তথাপি মোক জিনিব পরা নাই।
³ হালোৱাই মোর পিঠিত হাল বালে ;
সিহঁতে দীঘলকৈ সিরলু করিলে।
⁴ যিহোৱা ধার্ম্মিক ;
তেওঁ দুষ্টবোরর জরী ছিঙি পেলালে।
⁵ চিয়োনক ঘিণাওঁতা সকলোবে লাজ পাই বিমুখ হওক।
⁶ চালর ওপরত গজা যি ঘাঁহ নো বাঢ়োঁতেই শুকাই যায়,
⁷ যিহেরে দাওঁতাই আপোনার মুঠি পূরাব নোৱারে,
আৰু যিহেরে ডাঙরি বান্ধোঁতাই আপোনার আওকাল পূরাব নোৱারে,
সিহঁত সেই ঘাঁহর নিচিনা হওক।
⁸ "তোমালোকর ওপরত যিহোৱার আশীর্ব্বাদ পড়োক,

যিহোৱার নামেরে আমি তোমালোকক আশী-
র্ব্বাদ করোঁ,"
এনে কথা বাটকুৱা লোকেও সিহঁতক নকয়।

## ১৩০ যাত্রার সঙ্গীত।

১ হে যিহোৱা, ময় অগাধ জলর মাজত থাকি
তোমার আগত প্রার্থনা করিলোঁ।
২ হে প্রভো, মোর স্বর শুনা,
মোর কাকুতির স্বরলৈ তোমার কাণ পতা
হওক।
৩ হে যিহোৱা, তুমি অপরাধ ধরিলে, কোনে
তিষ্টিব পারে ?
৪ কিন্তু লোকে তোমালৈ ভয় রাখিবর নিমিত্তে,
তোমার লগত ক্ষমা আছে।
৫ ময় যিহোৱালৈ অপেক্ষা করিছোঁ, মোর প্রাণে
অপেক্ষা করিছে,
আরু ময় তেওঁর বাক্যত আশা করিছোঁ।
৬ পরীয়াবিলাকে রাতিপুৱালৈ অপেক্ষা করাতকৈ,
মোর প্রাণে যিহোৱালৈ অধিক অপেক্ষা করে;
ময় কওঁ, পরীয়াবিলাকে রাতিপুৱালৈ অপেক্ষা
করাতকৈয়ো
মোর প্রাণে অধিক অপেক্ষা করে।
৭ হে ইস্রায়েল, যিহোৱাত ভারসা করা ;
কিয়নো যিহোৱার লগত দয়া আছে,
আরু তেওঁর লগত প্রচুর পরিমাণে মুক্তি
আছে।
৮ তেওঁ ইস্রায়েলক তার সকলো অপরাধর পরা
মুক্ত করিব।

## ১৩১ যাত্রার সঙ্গীত। দায়ূদর রচিত গীত।

১ হে যিহোৱা, মোর মন অহঙ্কারী, বা মোর চকু
গর্ব্বী নহয়,
মহৎ কার্য্যত, বা মোর পক্ষে অতি আশ্চরিত
বিষয়ত ময় হাত নিদিওঁ।
২ ময় আপোন মনক সুস্থির আরু শান্ত
করিলোঁ ;
মাকর লগত থকা পিয়াহ এরা শিশুটীর দরে,
ময় কওঁ, পিয়াহ এরা শিশুটীর দরেই মোর
প্রাণ মোর লগত আছে।
৩ হে ইস্রায়েল, এতিয়ার পরা অনন্ত কাললৈকে
যিহোৱাত ভারসা রাখা।

## ১৩২ যাত্রার সঙ্গীত।

১ হে যিহোৱা, দায়ূদর পক্ষে তেওঁর সকলো ক্লেশ
সোঁৱরণ করা।
২ যেতিয়ালৈকে ময় যিহোৱার নিমিত্তে এক
ঠাই,
যাকোবর শক্তিমান জনার নিমিত্তে এক বাস-
স্থান নেপাওঁ,
৩ তেতিয়ালৈকে নিশ্চয়ে ময় মোর তাম্বু-ঘরত
নোসোমাওঁ,
মোর শয্যাত নুঠোঁ,
৪ মোর চকুক টোপনি যাবলৈ নিদিওঁ,
বা মোর চকুর পিরঠিক ঘুমটি যাবলৈ নিদিওঁ
বুলি
৫ তেওঁ যিহোৱার আগত কেনে শপথ করিলে,
আরু যাকোবর শক্তিমান জনার আগত কেনে
সঙ্কল্প করিলে, তাক সোঁৱরণ করা।
৬ দেখা, আমি ইফ্রাথাত তার বিষয়ে শুনিলোঁ,
কিন্তু যিয়ারর পথারত তাক পালোঁ।
৭ "আহাঁ, আমি তেওঁর বাসস্থানত সোমাওঁ,
আমি তেওঁর ভরি-পিরাত প্রণিপাত করোঁ।
৮ হে যিহোৱা, এতিয়া তুমি আরু তোমার শক্তির
চন্দুক,
আপোন বিশ্রামর ঠাইলৈ উঠি যোৱা।
৯ তোমার পুরোহিতবিলাকে ধার্ম্মিকতারূপ বস্ত্র
পিন্ধোক,
আরু তোমার সাধুবিলাকে আনন্দ-ধ্বনি
করোক।
১০ তুমি আপোন দাস দায়ূদর নিমিত্তে,
তোমার অভিষিক্ত জনক বিমুখ নকরাবা।"
১১ যিহোৱাই দায়ূদর আগত সত্যরূপে শপথ করি
কলে,
( তেওঁ তার পরা ঘুলটিব ; )
"ময় তোমার ঔরসত জন্মা লোকক তোমার
সিংহাসনত বহুৱাম ;
১২ তোমার সন্তানবিলাকে যদি মোর নিয়মটী,
আরু ময় সিবিলাকক শিকোৱা সাক্ষ্যবোর
পালন করে,

তেন্তে সিবিলাকর সন্তানবিলাকো সদাকাল-
লৈকে তোমার সিংহাসনত বহিব।"
[১৩] কিয়নো যিহোৱাই চিয়োনক মনোনীত করিলে,
আপোন বাসস্থানর নিমিত্তে তালৈ ইচ্ছা
করিলে,
[১৪] আরু কলে, "এয়ে মোর সদাকালর বিশ্রামর
ঠাই ;
ইয়াতেময় নিবাস করিম, কিয়নো ময় ইয়ালৈ
ইচ্ছা করিলোঁ।
[১৫] ইয়ার খোৱা বস্তুক ময় অধিক আশীর্ব্বাদ
করিম,
ইয়ার দরিদ্র লোকক আহারেরে তৃপ্ত করিম।
[১৬] ইয়ার পুরোহিতবিলাকক পরিত্রাণরূপ বস্ত্র
পিন্ধাম ;
আরু ইয়ার সাধুবিলাকে বড় মাতেরে আনন্দ-
ধ্বনি করিব।
[১৭] ইয়াত ময় দায়ূদর নিমিত্তে এটা শিঙ গজাম,
মোর অভিষিক্ত জনর নিমিত্তে এক প্রদীপ
যুগুত করালোঁ।
[১৮] ময় তেওঁর শত্রুবোরক লাজরূপ বস্ত্র পিন্ধাম,
কিন্তু তেওঁর মূরত তেওঁর কিরীটি জক্‌মকাব।"

## ১৩৩ যাত্রার সঙ্গীত। দায়ূদর রচিত গীত।

[১] দেখা, ভাইবিলাকে ঐক্যেরে একেলগে বাস
করা কেনে উত্তম আরু সন্তোষজনক !
[২] সেয়ে ডাড়ির ওপরেদি, হারোণরেই ডাড়ির
ওপরেদি
তেওঁর বস্ত্রর আঁচললৈকে বৈ অহা
মূরত ঢলা বহুমূল্য তেলর নিচিনা।
[৩] সেয়ে চিয়োন পর্ব্বতলৈকে নামি অহা হর্মোণর
নিয়রর তুল্য ;
কিয়নো তাত যিহোৱাই আশীর্ব্বাদর আজ্ঞা
করিলে,
অনন্ত কালর নিমিত্তে জীৱনর আদেশ
করিলে।

## ১৩৪ যাত্রার সঙ্গীত।

[১] যিহোৱার গৃহত রাতি থিয় হৈ থকা হে যিহো-
ৱার দাসবিলাক,
দেখা, তোমালোকে যিহোৱার ধন্যবাদ করা।
[২] তোমালোকে পবিত্রস্থানর কাললৈ
আপোন আপোন হাত তুলি যিহোৱার ধন্যবাদ
করা।
[৩] যি জনাই আকাশ-মণ্ডল আরু পৃথিবী সৃষ্টি
করিলে,
সেই যিহোৱাই চিয়োনর পরা তোমাক আশী-
র্ব্বাদ করোক।

## ১৩৫ তোমালোকে যিহোৱার প্রশংসা করা ;

তোমালোকে যিহোৱার নামর প্রশংসা করা।
[২] যিহোৱার গৃহত, আমার ঈশ্বরর গৃহর চোঁতাল
কেইখনত
থিয় হৈ থকা হে যিহোৱার দাসবিলাক, তেওঁর
প্রশংসা করা।
[৩] তোমালোকে যিহোৱার প্রশংসা করা, কিয়নো
তেওঁ মঙ্গলময় ;
তেওঁর নাম কীর্ত্তন করা, কিয়নো সেয়ে সুখ-
জনক।
[৪] কারণ যিহোৱাই নিজর নিমিত্তে যাকোবক
মনোনীত করিলে,
ইস্রায়েলক নিজর বিশেষ আধিপত্য বুলি
মনোনীত করিলে।
[৫] কিয়নো যিহোৱা যে মহান,
আরু আমার প্রভু যে সকলো দেৱতাতকৈ
শ্রেষ্ঠ, তাক ময় জানো।
[৬] আকাশ-মণ্ডল আরু পৃথিবীত, সমুদ্র আরু
অগাধ জলসমূহর মাজত,
যিহোৱার যি ইচ্ছা তাকেই করিলে।
[৭] তেওঁ পৃথিবীর সীমার পরা ভাপ তোলে ;
তেওঁ বৃষ্টিখনর নিমিত্তে বিজুলী সৃষ্টি করে ;
তেওঁ আপোন ভঁরালর পরা বায়ু উলিয়াই
আনে।
[৮] তেওঁ মানুহর পরা পশুলৈকে,
মিচর দেশর প্রথমে জন্মা সকলোকে মারিলে।
[৯] হে মিচর, তেওঁ তোমার মাজলৈ চিন আরু
অদ্ভুত লক্ষণবোর পঠালে,
ফরৌণ আরু তেওঁর পাত্রমন্ত্রীবিলাকর ওপরলৈ
পঠাই দিলে।
[১০] তেওঁ বহু জাতিক আঘাত করিলে,
পরাক্রমী রজাবিলাকক মারিলে।

[11] তেওঁ ইমোৰীয়াবিলাকৰ ৰজা চীহোনক,
আৰু বাচানৰ ৰজা ওগক মাৰিলে,
আৰু কনানৰ সমুদায় ৰাজ্য নষ্ট কৰিলে।
[12] তেওঁ সিহঁতৰ দেশ আধিপত্যস্বৰূপে দিলে ;
আপোন প্ৰজা ইস্ৰায়েলক আধিপত্যস্বৰূপে দিলে।
[13] হে যিহোৱা, তোমাৰ নাম অনন্ত কাললৈকে থাকে ;
হে যিহোৱা, তোমাৰ সোঁৱৰণ পুৰুষানুক্ৰমে থাকে।
[14] কিয়নো যিহোৱাই আপোন প্ৰজাবিলাকৰ বিচাৰ কৰিব,
আৰু আপোন দাসবিলাকলৈ পুনৰায় কৃপা কৰিব।

[15] জাতিবিলাকৰ মূৰ্ত্তিবোৰ ৰূপৰ আৰু সোণৰ,
মনুষ্যৰ হাতৰ কাৰ্য্য।
[16] সেইবোৰৰ মুখ আছে, কিন্তু সেইবোৰে কথা কব নোৱাৰে ;
চকু আছে, কিন্তু নেদেখে ;
[17] কাণ আছে, কিন্তু নুশুনে ;
সেইবোৰৰ মুখত নিশ্বাস-প্ৰশ্বাসো নাই।
[18] সেইবোৰক নিৰ্ম্মাণ কৰোঁতাবিলাক সেইবোৰেই নিচিনা ;
সেইবোৰত ভাৰসা কৰোঁতা প্ৰতিজনো সেইবোৰৰেই নিচিনা।
[19] হে ইস্ৰায়েলৰ বংশ, যিহোৱাৰ ধন্যবাদ কৰা ;
হে হাৰোণৰ বংশ, যিহোৱাৰ ধন্যবাদ কৰা ;
[20] হে লেবীৰ বংশ, যিহোৱাৰ ধন্যবাদ কৰা ;
হে যিহোৱালৈ ভয় ৰাখোঁতাবিলাক, তোমালোকে যিহোৱাৰ ধন্যবাদ কৰা।
[21] যি জনাই যিৰূচালেমত বাস কৰে,
সেই যিহোৱাই চিয়োনৰ পৰা ধন্যবাদ পাওক।
তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা।

**১৩৬** যিহোৱাৰ ধন্যবাদ কৰা, কিয়নো তেওঁ মঙ্গলময়,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[2] ঈশ্বৰবিলাকৰো ঈশ্বৰৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[3] প্ৰভুবিলাকৰো প্ৰভুৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[4] যি জনাই অকলে মহৎ মহৎ আশ্চৰিত কৰ্ম্ম কৰে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[5] যি জনাই জ্ঞানেৰে আকাশ-মণ্ডল সৃষ্টি কৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে,
[6] যি জনাই জলসমূহৰ ওপৰত ভূমণ্ডল বিস্তাৰ কৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[7] যি জনাই মহাজ্যোতিঃ নিৰ্ম্মাণ কৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[8] যি জনাই দিনত অধিকাৰ কৰিবলৈ সূৰ্য্য নিৰ্ম্মাণ কৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[9] যি জনাই ৰাতিত অধিকাৰ কৰিবলৈ চন্দ্ৰ আৰু তৰাবোৰ নিৰ্ম্মাণ কৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[10] যি জনাই মিচৰৰ প্ৰথমে জন্মাবিলাকক আঘাত কৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[11] যি জনাই ইস্ৰায়েলক সিহঁতৰ মাজৰ পৰা উলিয়াই আনিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[12] যি জনাই পৰাক্ৰমী হাত আৰু মেলা বাহুৰে সিবিলাকক উলিয়াই আনিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[13] যি জনাই চূফ সাগৰক দুভাগ কৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[14] যি জনাই ইস্ৰায়েলক তাৰ মাজেদি পাৰ কৰালে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
[15] যি জনাই ফৰৌণ আৰু তেওঁৰ সৈন্যসমূহক চূফ সাগৰত পেলাই দিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।

[16] যি জনাই অৰণ্যৰ মাজেদি আপোন প্ৰজাবিলাকক চলাই নিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[17] যি জনাই মহাৰজাবিলাকক প্ৰহাৰ কৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[18] যি জনাই পৰাক্ৰমী ৰজাবিলাকক মাৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[19] যি জনাই ইমোৰীয়া ৰজা চীহোনক মাৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[20] যি জনাই বাচানৰ ওগ ৰজাক মাৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[21] যি জনাই সিহঁতৰ দেশ আধিপত্যস্বৰূপে দিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[22] যি জনাই সিহঁতৰ দেশ আপোন দাস ইস্ৰায়েলক আধিপত্যস্বৰূপে দিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[23] যি জনাই হীন-অৱস্থাৰ কালত আমাক সুঁৱৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[24] যি জনাই আমাক আমাৰ শত্ৰুবোৰৰ পৰা উদ্ধাৰ কৰিলে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[25] যি জনাই সমুদায় প্ৰাণীকে আহাৰ দিয়ে, তেওঁৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।
[26] স্বৰ্গৰ ঈশ্বৰৰ ধন্যবাদ কৰা,
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে ।

## ১৩৭

আমি বাবিলৰ নদীবোৰৰ কোষৰ সেই সেই ঠাইত বহিছিলোঁ,
এনে কি, চিয়োনক সোঁৱৰণ কৰি কান্দিছিলোঁ ।
[2] সেই ঠাইৰ মাজত থকা বাইচী গছত,
আমি আমাৰ বীণা আৰি থৈছিলোঁ ।
[3] কিয়নো তাত, আমাক বন্দী কৰি নিয়াবিলাকে, গান গাবলৈ,
আৰু আমাক ক্লেশ দিয়াবিলাকে আমাক আনন্দ কৰিবলৈ দি কলে,
"আমাৰ আগত চিয়োনৰ এটা গীত গোৱা ।"
[4] আমি বিদেশত যিহোৱাৰ গীত কেনেকৈ গাওঁ ?
[5] হে যিৰূচালেম, ময় যদি তোমাক পাহৰোঁ,
তেন্তে মোৰ সোঁ হাতে আপোন অভ্যাস পাহৰোক ।
[6] ময় যদি তোমাক মনত নকৰোঁ,
আৰু মোৰ প্ৰধান আনন্দতকৈ যিৰূচালেমক অধিক ভাল নেপাওঁ,
তেন্তে মোৰ জিবা তালুত লাগি ধৰোক ।
[7] যি ইদোমৰ সন্তানবোৰে কৈছিল,
"যিৰূচালেমক উবাৰ কৰা, উবাৰ কৰা, মূললৈকে উবাৰ কৰা,"
হে যিহোৱা, সিহঁতৰ অহিতে যিৰূচালেমৰ দিন সোঁৱৰণ কৰা ।
[8] হে বিনষ্ট হব লগীয়া বাবিল-জীয়াৰী,
তুমি আমালৈ ব্যৱহাৰ কৰাৰ দৰে,
যি জনে তোমাকো প্ৰতিফল দিব, সেই জন ধন্য ।
[9] যি জনে তোমাৰ শিশুবিলাকক ধৰি শিলত আচাৰিব, সেই জন ধন্য ।

## ১৩৮

দায়ূদৰ ৰচিত গীত ।

[1] মোৰ সমস্ত চিত্তেৰে ময় তোমাৰ ধন্যবাদ কৰিম ;
দেৱতাবোৰৰ আগতে ময় তোমাৰ প্ৰশংসাৰ গান কৰিম ।
[2] ময় তোমাৰ পবিত্ৰ মন্দিৰলৈ মুখ কৰি প্ৰণিপাত কৰিম,
তোমাৰ দয়া আৰু সত্যতাৰ কাৰণে তেওঁৰ নামৰ ধন্যবাদ কৰিম ;
কিয়নো তোমাৰ সমস্ত নামতকৈয়ো তুমি আপোন বাক্য মহৎ কৰিলা ।
[3] ময় প্ৰাৰ্থনা কৰা কালত তুমি মোক উত্তৰ দিলা ;
তুমি মোৰ প্ৰাণক শক্তি দি মোক সাহীয়াল কৰিলা ।

⁴ হে যিহোৱা, পৃথিবীর সকলো রজাই তোমার ধন্যবাদ করিব ;
কিয়নো সিবিলাকে তোমার মুখর বাক্য শুনিলে।
⁵ এনে কি, সিবিলাকে যিহোৱার পথর বিষয়ে গান করিব ;
কিয়নো যিহোৱার গৌরব মহৎ।
⁶ কারণ যদিও যিহোৱা উন্নত, তথাপি তেওঁ নম্র লোকলৈ দৃষ্টি করে ;
কিন্তু তেওঁ অহঙ্কারী লোকক দূরৈরে পরা জানে।
⁷ যদিও ময় সঙ্কটর মাজেদি গমন করোঁ,
তথাপি তুমি মোক জীয়াই রাখিবা ;
তুমি মোর শত্রুবোরর ক্রোধর অহিতে তোমার হাত মেলিবা,
আরু তোমার সোঁ হাতে মোক পরিত্রাণ করিব।
⁸ যিহোৱাই মোর পক্ষে সকলোকে সিদ্ধ করিব ;
হে যিহোৱা, তোমার দয়া সদাকাললৈকে থাকে ;
তোমার হাতর কর্ম্মক ত্যাগ নকরিবা।

## ১৩৯ প্রধান বাদ্যকরর নিমিত্তে। দায়ূদর রচিত গীত।

---

¹ হে যিহোৱা, তুমি মোর বুজ-বিচার লৈ মোক জানিলা।
² তুমি মোর বহা আরু উঠাকো জানিছা,
দূরৈর পরা মোর চিন্তো বুজিছা।
³ তুমি মোর চলন আরু শয়ন বিচার করিছা,
আরু মোর সকলো পথ চিনি পাইছা।
⁴ কিয়নো দেখা, হে যিহোৱা, তুমি যি কথা সম্পূর্ণকৈ নেজানা,
এনে কোনো কথা মোর জিবাত নাই।
⁵ আগত পাছত তুমি মোক ভেঁটি ধরিছা,
আরু মোর ওপরত তোমার হাত দিছা।
⁶ এনে জ্ঞান মোর বোধর অগম্য ;
সেয়ে উচ্চ, ময় তাক ঢুকি পাব নোৱারোঁ।
⁷ ময় তোমার আত্মার আগর পরা কলৈ যাম ?
আরু তোমার সম্মুখর পরা বা কলৈ পলাম ?
⁸ যদি স্বর্গলৈ উঠোঁ, তাতো তুমি থাকা ;
যদি চিয়োলত মোর শয্যা পারোঁ, দেখা, তাতো তুমি।
⁹ যদি ময় অরুণর ডেউকা ধরি সমুদ্রর সীমাত বসতি করোঁ,
¹⁰ তাতো তোমার হাতে মোক চলাব,
আরু তোমার সোঁ হাতে মোক ধরি রাখিব।
¹¹ যদি ময় কওঁ, অৱশ্যে আন্ধারে মোক ঢাকিব,
আরু রাতি মোর চারিওফালে পোহর হব,
¹² তেতিয়াও সেই আন্ধারে তোমার পরা মোক লুলুকুৱাব,
কিন্তু রাতিয়েও দিনর নিচিনাকৈ পোহর দিব ;
তোমার আগত আন্ধার আরু পোহর দুয়ো সমান।
¹³ কিয়নো তুমিয়েই মোর অন্তঃকরণ সৃষ্টি করিলা,
তুমি মোক মাতৃর গর্ভতে গঠন করিলা।
¹⁴ ময় তোমার ধন্যবাদ করিম ;
কিয়নো ময় ভয়ানক আরু অদ্ভুতরূপে নির্ম্মিত হলোঁ ;
তোমার কার্য্যবোর আশ্চরিত,
আরু তাক মোর মনে ভালকৈ জানে।
¹⁵ যেতিয়া ময় গুপুতে নির্ম্মিত হৈছিলোঁ,
যেতিয়া ময় পৃথিবীর অধস্থ ভাগত চমৎকার-রূপে গঠিত হৈছিলোঁ,
তেতিয়াও মোর সংলগ্ন অস্থিবোর তোমার আগত লুকুৱা নাছিল।
¹⁶ তোমার চকুৱে প্রথমে উৎপন্ন হোৱা মোর আকার দেখিলে,
আরু মোর সকলোয়েই তোমার বহিত লিখা আছিল ;
যি কালত সেইবোরর এটাও নাছিল,
সেই কালত মোর সকলো দিন নিরূপিত হৈছিল।
¹⁷ হে ঈশ্বর, মোলৈ তোমার সঙ্কল্পবোর কেনে বহুমূল্য !
সেইবোরর লেখ কেনে অধিক !
¹⁸ ময় সেইবোর গণিব খুজিলে, সংখ্যাত সেইবোর বালিতকৈয়ো অধিক হয় ;
ময় যেতিয়া সার পাওঁ, তেতিয়াও ময় তোমার লগতে আছোঁ।
¹⁹ হে ঈশ্বর, নিশ্চয়ে তুমি দুষ্টক মারিবা,

হে রক্তপাতীবোর, মোর ওচরর পরা
দূর হ ।
[২০] কিয়নো সিহঁতে দুষ্টভাবে তোমার বিরুদ্ধে কথা
কয়,
আরু তোমার শত্রুবোরে বৃথায় তোমার নাম
লয় ।
[২১] হে যিহোবা, তোমাক ঘিণ করোঁতাবোরক মই
জানো ঘিণ নকরোঁ ?
আরু তোমার বিরুদ্ধে উঠাবোরত জানো মই
বেজার নেপাওঁ ?
[২২] মই সিহঁতক যার পর নাই ঘিণ করোঁ ;
মই সিহঁতক মোর শত্রু বুলি ভাবোঁ ।
[২৩] হে ঈশ্বর, মোর বুজ-বিচার লৈ মোর মন
জানা,
মোক পরীক্ষা করি মোর কল্পনা বুজা ;
[২৪] আরু মোত দুষ্টতার কোনো পথ আছে কি
নাই, তাক চোৱা,
আরু অনন্ত পথত মোক গমন করোৱা ।

## ১৪০

প্রধান বাদ্যকরর নিমিত্তে । দায়ুদর
রচিত গীত ।

[১] হে যিহোবা, দুর্জ্জন মানুহর পরা মোক উদ্ধার
করা,
অত্যাচারী লোকর পরা মোক রক্ষা করা।
[২] সিহঁতে মনতে কুকল্পনা করে ;
সিহঁতে নিতৌ রণলৈ গোট খায় ।
[৩] সিহঁতে সাপর নিচিনাকৈ আপোন আপোন
জিবা ধরালে ;
সিহঁতর ওঁঠর তলত কালসর্পর বিষ থাকে ।
[ চেলা ।
[৪] হে যিহোবা, দুষ্টর হাতর পরা মোক রক্ষা
করা,
অত্যাচারী লোকর পরা মোক রাখা ;
সিহঁতে মোর ভরি উজুটি খাবলৈ কু-আলচ
পাতিলে ।
[৫] অহঙ্কারীবোরে গুপুতে মোলৈ ফান্দ আরু
খোরোচা যুগুত করিলে ;
সিহঁতে বাটর কোষত জাল পাতিলে ;
সিহঁতে মোর নিমিত্তে কুন্দা বহুৱালে ।
[ চেলা ।
[৬] মই যিহোৱাক কলোঁ, তুমিয়েই মোর ঈশ্বর ;
হে যিহোৱা, মোর কাকুতির স্বরলৈ কাণ
পাতা ।
[৭] হে প্রভু যিহোৱা, হে মোর পরিত্রাণর বল,
যুদ্ধর দিনা তুমি মোর মূর ঢাকিলা ।
[৮] হে যিহোৱা, দুষ্টর বাঞ্ছা পূর্ণ নকরিবা ;
সিহঁত গর্ব্বী নহবর নিমিত্তে সিহঁতর কুমন্ত্রণা
সিদ্ধ হবলৈ নিদিবা । [ চেলা ।
[৯] যিবোরে মোক বেরি ধরে, সিহঁতর মূরর বিষয়ে
হলে,
সিহঁতর ওঁঠর অপকারেই সিহঁতর মূর
ঢাকোক ।
[১০] সিহঁতর ওপরত জ্বলন্ত আঙঠা পড়োক ;
সিহঁতক অগ্নিত পেলোৱা হওক ;
পুনরায় উঠিব নোৱরাকৈ সিহঁতক অগাধ
গাঁতত পেলোৱা হওক ।
[১১] দুর্ম্মুখীয়া মানুহ পৃথিবীত থিরে থাকিব
নোৱারিব ;
অমঙ্গলে অত্যাচারী মানুহক নিপাত করিবলৈ
তাক চিকার করিব ।
[১২] যিহোৱাই যে দুঃখীয়ার বিচার নিষ্পত্তি করিব,
আরু দরিদ্রবিলাকর হক যে রাখিব, তাক মই
জানো ।
[১৩] ধার্ম্মিকবিলাকে অৱশ্যে তোমার নামর ধন্যবাদ
করিব ;
সরলবিলাকে তোমার সাক্ষাতে বসতি করিব ।

## ১৪১

দায়ুদর রচিত গীত ।

[১] হে যিহোৱা, তোমার আগত মই প্রার্থনা
করিলোঁ, মোলৈ খর করা ;
মই প্রার্থনা করা কালত মোর স্বরলৈ কাণ
পাতা ।
[২] মোর প্রার্থনা তোমার আগত সুগন্ধি ধূপস্বরূপে
উপস্থিত হওক,
মোর হাত তোলাটোরেই সন্ধ্যার উপহার-
স্বরূপ হওক ।
[৩] হে যিহোৱা, মোর মুখর আগত পরীয়া থোৱা,
মোর ওঁঠর দুৱার রাখা ।
[৪] কুকর্ম্মী মানুহর লগত দুষ্টতার কার্য্য করিবলৈ,
কোনো মন্দ বিষয়লৈ মোর মন নিনিবা ;

সিহঁতৰ সোৱাদ বস্তু মোক খাবলৈ নিদিবা।
৫ ধাৰ্ম্মিক লোকে মোক প্ৰহাৰ কৰোক, সেয়ে দয়াহে;
আৰু তেওঁ মোক অনুযোগ কৰোক,
সেয়ে মোৰ মূৰত দিয়া তেলৰ নিচিনা হব;
মোৰ মূৰে তাক অগ্ৰাহ্য নকৰোক;
কিয়নো সিহঁতৰ দুষ্টতাসমূহৰ মাজতো ময় প্ৰাৰ্থনা কৰি থাকিম।
৬ যেতিয়া সিহঁতৰ বিচাৰকৰ্ত্তাবোৰক শিলৰ কোষেদি তললৈ বগৰাই পেলোৱা হব,
তেতিয়া সিহঁতে মোৰ বাক্য শুনিব, কিয়নো সেয়ে মধুৰ।
৭ কোনো এজনে হাল বাই মাটি ভঙাত যেনে হয়,
তেনেকৈ আমাৰ অস্থিবোৰ চিয়োলৰ মুখত ছিন্নভিন্ন হৈছে।
৮ কিয়নো হে প্ৰভু যিহোৱা, মোৰ চকু তোমালৈ আছে,
ময় তোমাত আশ্ৰয় লওঁ, মোৰ প্ৰাণ উবাৰি নেপেলাবা।
৯ সিহঁতে মোলৈ পতা ফান্দৰ পৰা মোক ৰক্ষা কৰা,
কুকৰ্ম্মীহঁতৰ ফান্দাৰ পৰা মোক ৰক্ষা কৰা।
১০ ময় ৰক্ষা পোৱা কালত,
দুষ্টবোৰ আপোনাবিলাকৰ জালতে পতিত হওক।

## ১৪২ গুহাত থকা সময়ৰ মচ্‌কীল নামে দায়ূদৰ ৰচিত গীত। এটী প্ৰাৰ্থনা।

১ ময় নিজ স্বৰেৰে যিহোৱাৰ আগত কাতৰোক্তি কৰিছোঁ,
নিজ স্বৰেৰে যিহোৱাৰ আগত মিনতি কৰিছোঁ।
২ তেওঁৰ আগত মোৰ দুঃখৰ কথা ভাঙি কৈছোঁ,
তেওঁৰ আগত মোৰ কষ্ট জনাইছোঁ।
৩ মোৰ আত্মা মোৰ অন্তৰত ব্যাকুল হোৱা সময়ত তুমিয়েই মোৰ পথ জানা;
ময় যোৱা বাটত সিহঁতে মোলৈ গুপুতে ফান্দ পাতিলে।
৪ দক্ষিণলৈ দৃষ্টি কৰি দেখা, মোক জানোতা কোনো নাই;
ময় নিৰাশ্ৰয় হলোঁ, কোনেও মোৰ প্ৰাণৰ বিচাৰ নলয়।
৫ হে যিহোৱা, ময় তোমাৰ আগত কাতৰোক্তি কৰি কৈছোঁ,
তুমিয়েই মোৰ আশ্ৰয়,
জীৱিতবিলাকৰ দেশত তুমিয়েই মোৰ অংশ।
৬ মোৰ কাকুতিলৈ মনোযোগ কৰা, কিয়নো ময় অতি দুৰৱস্থাত পৰিছোঁ;
মোৰ তাড়নাকাৰীবোৰৰ পৰা মোক উদ্ধাৰ কৰা, কাৰণ সিহঁত মোতকৈ বলৱন্ত।
৭ ময় তোমাৰ নামৰ ধন্যবাদ কৰিবলৈ, মোৰ প্ৰাণ বন্দীশালৰ পৰা মুক্ত কৰা;
তুমি মোৰ মঙ্গল কৰা দেখি, ধাৰ্ম্মিকবিলাকে মোক আবৰি ধৰিব।

## ১৪৩ দায়ূদৰ ৰচিত গীত।

১ হে যিহোৱা, মোৰ প্ৰাৰ্থনা শুনা, মোৰ কাকুতিবোৰলৈ কাণ পাতা;
তোমাৰ বিশ্বস্ততাত আৰু ধাৰ্ম্মিকতাত মোক উত্তৰ দিয়া;
২ তোমাৰ দাসক বিচাৰলৈ নিনিবা;
কিয়নো তোমাৰ দৃষ্টিত কোনো জীৱিত লোক ধাৰ্ম্মিক নহয়।
৩ কাৰণ শত্ৰুৱে মোৰ প্ৰাণক তাড়না কৰিলে,
মোৰ জীৱন মাটিত পেলাই গুড়ি কৰিলে,
মোক অন্ধকাৰময় ঠাইত বসতি কৰাই কেতিয়াবাই মৰা মানুহৰ দৰে কৰিলে।
৪ এই হেতুকে মোৰ আত্মা মোৰ অন্তৰত ব্যাকুল হৈছে,
মোৰ অন্তৰত মোৰ মন বিমোৰ হৈছে।
৫ ময় পূৰ্ব্বকালৰ দিন সোঁৱৰণ কৰিছোঁ,
তোমাৰ সমুদায় কৰ্ম্ম ধ্যান কৰিছোঁ,
তোমাৰ হাতৰ কাৰ্য্য আলোচনা কৰিছোঁ।
৬ ময় তোমালৈ হাত মেলিছোঁ;
শুকান ভূমিৰ নিচিনাকৈ মোৰ প্ৰাণ তোমালৈ তৃষ্ণাতুৰ হৈছে। [চেলা।
৭ হে যিহোৱা, শীঘ্ৰে মোক উত্তৰ দিয়া, মোৰ প্ৰাণ ক্ষীণ হৈ গৈছে;
ময় যেন গাঁতলৈ নামি যোৱাবিলাকৰ নিচিনা নহওঁ,

এই নিমিত্তে মোর পৰা তোমার মুখ লুকুৱাই নেরাখিবা।
[৮] রাতিপুৱাতে মোক তোমার কৃপার বচন শুনুউৱা,
কারণ মই তোমাত ভারসা করিছোঁ ;
মই চলিব লগীয়া পথ মোক জনোৱা,
কিয়নো মই তোমালৈ হাবিয়াহ করিছোঁ।
[৯] হে যিহোৱা, মোর শত্রুবোরর পৰা মোক উদ্ধার করা ;
মোক লুকুৱাই রাখিবর নিমিত্তে মই তোমার ওচরলৈ পলাই আহিছোঁ।
[১০] তোমার ইষ্ট কর্ম্ম সিদ্ধ করিবলৈ মোক শিক্ষা দিয়া, কিয়নো তুমিয়েই মোর ঈশ্বর ;
তোমার আত্মা মঙ্গলময়, সমান ভূমিয়েদি মোক চলাই নিয়া।
[১১] হে যিহোৱা, তোমার নামর কারণে মোক পুনরায় জীউৱা ;
তোমার ধার্ম্মিকতার গুণেরে সঙ্কটর পৰা মোর প্রাণ উদ্ধার করা।
[১২] আপোন দয়ারে মোর শত্রুবোরক উচ্ছন্ন করা,
আরু মোর প্রাণর বৈরী আটাইবোরক সংহার করা ;
কিয়নো মই তোমার দাস।

## ১৪৪ দায়ূদর রচিত গীত।

[১] যি জনাই মোর হাতক যুদ্ধ করিবলৈ,
আরু মোর আঙ্গুলিক রণ করিবলৈ শিকায়,
[২] যি জনা মোক দয়া করোঁতা আরু মোর কোঁঠ,
মোর উচ্চ দুর্গ আরু মোর উদ্ধারকর্ত্তা,
মোর ঢাল আরু আশ্রয়স্থান,
যি জনাই মোর প্রজাবিলাকক মোর বশীভূত করে,
সেই মোর শিলা যিহোৱা ধন্য হওক।
[৩] হে যিহোৱা, তুমি যে মানুহর বুজবিচার লোৱা, মানুহ নো কি ?
আরু মনুষ্যর সন্তানক যে গণ্য করা, তার সন্তানেই বা কি ?
[৪] মানুহ ভাপস্বরূপ ;
তার আয়ুস গুচি যোৱা ছাঁর নিচিনা।
[৫] হে যিহোৱা, তোমার আকাশ-মণ্ডল দোঁৱাই নামি আহাঁ ;
পর্ব্বতবোর স্পর্শ করা, তাতে সেইবোর ধূঁৱাব।
[৬] বজ্রপাত করি সিহঁতক গোট গোট করা,
তোমার বাণ মারি সিহঁতক ব্যাকুল করা।
[৭] ওপরর পৰা তোমার হাত মেলি মোক মুক্ত করা,
আরু মহাজলর পৰা মোক উদ্ধার করা ;
[৮] যিবোরর মুখে অসার কথা কয়,
আরু যিবোরর সোঁ হাত মিছা কথার সোঁ হাত,
এনে পরজাতীয়বোরর হাতর পৰা মোক রক্ষা করা।
[৯] হে ঈশ্বর, মই তোমার উদ্দেশে নতুন গীত গাম ;
দহ গুণীয়া নেবল যন্ত্রেরে মই তোমার প্রশংসার গান করিম।
[১০] তেৱেঁই রজাবিলাকক পরিত্রাণ দিয়ে ;
তেৱেঁই আপোন দাস দায়ূদক সংহারক তরোৱা-লর পৰা রক্ষা করে।
[১১] যিবোরর মুখে অসার কথা কয়,
আরু যিবোরর সোঁ হাত মিছা কথার সোঁ হাত,
এনে পরজাতীয়বোরর হাতর পৰা মোক উদ্ধার করা, মোক রক্ষা করা।

[১২] আমার পুত্রবিলাক ডেকা-কালত বাঢ়ি যোৱা গছপুলির নিচিনা,
আরু আমার জীয়ারীবিলাক অট্টালিকা সুন্দর করিবলৈ চুকর সুগঠিত হোৱা স্তম্ভর সদৃশ।
[১৩] আমার ভঁরালবোর পরিপূর্ণ, সকলো প্রকার দ্রব্যপ্রদায়ক,
আমার পথারত মেরর জাকবিলাকে হাজার হাজার আরু অযুত অযুত পোৱালি জগায়।
[১৪] আমার বলদবোরক ভালকৈ বোজা দিয়া হয় ;
কোনো আক্রমণ নাই, আরু কাকো দেশান্ত-রলৈ নিয়া নহয় ;
আরু চকবোরত যুদ্ধ-ধ্বনি নাই।
[১৫] এনে অৱস্থাত থকা জাতি ধন্য ;

এনে কি, যি জাতির ঈশ্বর যিহোবা, সেই জাতি ধন্য।

## ১৪৫ দায়ূদর রচিত প্রশংসার্থক গীত।

¹ হে মোর ঈশ্বর, হে মোর রজা, ময় তোমার গৌরব কীর্ত্তন করিম,
যুগে যুগে অনন্ত কাললৈকে তোমার নামর ধন্যবাদ করিম।
² ময় প্রতিদিনে তোমার ধন্যবাদ করিম,
আরু যুগে যুগে অনন্ত কাললৈকে তোমার নামর প্রশংসা করিম।
³ যিহোবা মহান, আরু অতিশয় প্রশংসার যোগ্য;
তেওঁর মহিমা অগম্য।
⁴ লোকবিলাকে পুরুষে পুরুষে তোমার কার্য্যবোরর শলাগ লব,
আরু তোমার মহৎ কার্য্যবোর প্রকাশ করিব।
⁵ তোমার মর্য্যাদার গৌরবযুক্ত প্রতাপর,
আরু তোমার আশ্চরিত কার্য্যবোরর বিষয়ে ময় ধ্যান করিম।
⁶ লোকবিলাকে তোমার ভয়ানক কার্য্যবোরর পরাক্রমর বিষয়ে কথা কব;
আরু ময় তোমার মহৎ ক্রিয়া বর্ণাম।
⁷ সিবিলাকে তোমার অতি অনুগ্রহর যশস্যা প্রচার করিব,
আরু তোমার ধার্ম্মিকতার বিষয়ে গান করিব।
⁸ যিহোবা কৃপাময় আরু দয়ারে পরিপূর্ণ,
ক্রোধত ধীর আরু দয়াত মহান।
⁹ যিহোবা সকলোলৈকে মঙ্গল করোঁতা;
তেওঁর সমুদায় সৃষ্ট বস্তুর ওপরত তেওঁর কৃপা আছে।
¹⁰ হে যিহোবা, তোমার সমুদায় সৃষ্ট বস্তুৱে তোমার প্রশংসা করিব,
আরু তোমার সাধুবিলাকে তোমার ধন্যবাদ করিব।
¹¹ যিহোবার মহৎ কার্য্যবোর আরু তেওঁর রাজ্যর গৌরবযুক্ত প্রতাপ,
মনুষ্য-সন্তানবিলাকর আগত জনাবর নিমিত্তে,
¹² সিবিলাকে তোমার রাজ্যর গৌরব প্রচার করিব,
আরু তোমার পরাক্রম বর্ণনা করিব।
¹³ তোমার রাজ্য অনন্তকলীয়া রাজ্য;
তোমার রাজশাসন সর্ব্বপুরুষলৈকে স্থায়ী।
¹⁴ যিহোবাই পড়িব লগীয়া সকলোকে ধরি রাখে;
দুরবস্থাত থকাবিলাকক তেওঁ সু-অবস্থালৈ আনে।
¹⁵ সকলোরে চকুৱে তেওঁলৈ অপেক্ষা করে;
তুমিয়েই সিবিলাকক উচিত সময়ত আহার দিওঁতা।
¹⁶ তুমি আপোন হাত মেলি,
সমুদায় প্রাণীরে বাঞ্ছা পূর্ণ করি থাকা।
¹⁷ যিহোবা আপোনার সকলো পথতে ধার্ম্মিক,
আরু আপোনার সমুদায় কার্য্যতে দয়াবান।
¹⁸ যিবিলাকে যিহোবার আগত প্রার্থনা করে,
যিবিলাকে সত্যেরে তেওঁর আগত প্রার্থনা করে,
যিহোবা সেই সকলোরে ওচর।
¹⁹ তেওঁ আপোনালৈ ভয় রাখোঁতাবিলাকর বাঞ্ছা পূর্ণ করিব,
আরু সিবিলাকর কাতরোক্তি শুনি সিবিলাকক ত্রাণ করিব।
²⁰ যিহোবাই আপোনাকে প্রেম করোঁতা সকলোকে রক্ষা করে,
কিন্তু সকলো দুষ্টক হলে তেওঁ বিনষ্ট করিব।
²¹ মোর মুখে যিহোবার প্রশংসা প্রচার করিব;
আরু সমুদায় প্রাণীয়ে যুগে যুগে অনন্ত কাললৈকে,
তেওঁর পবিত্র নামর ধন্যবাদ করোক।

## ১৪৬ তোমালোকে যিহোবার প্রশংসা করা।

হে মোর মন, যিহোবার প্রশংসা করা।
² মোর আয়ুস থাকেমানে ময় যিহোবার প্রশংসা করিম,
জীয়াই থাকোঁমানে মোর ঈশ্বরর উদ্দেশে প্রশংসার গান করিম।
³ তোমালোকে অধিপতিবিলাকর ওপরত ভারসা নকরিবা;
নিঃসহায় মনুষ্য-সন্তানত আশা নকরিবা।
⁴ তার উশাহ বাহির হলেই, সি পুনরায় মাটিত লীন হয়,

আৰু সেই দিনাই তাৰ সঙ্কল্পবোৰ নষ্ট হয়।
[৫] যাকোবৰ ঈশ্বৰ যাৰ সহায়, সেই জন ধন্য ;
[৬] আকাশ-মণ্ডল আৰু পৃথিবীৰ সৃষ্টিকৰ্ত্তা,
সমুদ্ৰ আৰু তাত থকা সকলোৰে নিৰ্ম্মাণকৰ্ত্তা,
সদাকাললৈকে সত্যতা ৰাখোঁতা,
[৭] উপদ্ৰৱ পোৱাবিলাকৰ নিমিত্তে ন্যায় বিচাৰ কৰোঁতা,
ক্ষুধাতুৰবিলাকক আহাৰ দান কৰোঁতা
সেই ঈশ্বৰ যিহোৱাত যাৰ আশা থাকে, সেই জন ধন্য।
যিহোৱাই বন্দীয়াৰবোৰক মুক্ত কৰে ;
[৮] যিহোৱাই অন্ধকৰ চকু মুকলি কৰে ;
দুৰৱস্থাত থকাবিলাকক যিহোৱাই সু-অৱস্থালৈ আনে ;
যিহোৱাই ধাৰ্ম্মিকবিলাকক প্ৰেম কৰে ;
[৯] যিহোৱাই বিদেশীবিলাকক ৰক্ষা কৰে ;
তেওঁ পিতৃহীনক আৰু বিধৱাক ধৰি ৰাখে,
কিন্তু দুষ্টবোৰৰ পথ বিঘিনিযুক্ত কৰে।
[১০] যিহোৱাই অনন্ত কাল ৰাজত্ব কৰিব ;
হে চিয়োন, তোমাৰ ঈশ্বৰে পুৰুষানুক্ৰমে ৰাজশাসন কৰিব।
তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা।

**১৪৭** তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা ;
কিয়নো আমাৰ ঈশ্বৰৰ উদ্দেশে প্ৰশংসাৰ গীত গোৱা উত্তম ;
কাৰণ সেয়ে সন্তোষজনক, প্ৰশংসাৰ উপযুক্ত।
[২] যিহোৱাই যিৰূচালেমক পুনৰায় নিৰ্ম্মাণ কৰে ;
তেওঁ ইস্ৰায়েলৰ দূৰীকৃত হোৱাবিলাকক চপাই আনে।
[৩] তেওঁ ভগ্ন-চিত্তীয়াবিলাকক সুস্থ কৰে,
তেওঁ সিবিলাকৰ ঘা বান্ধে।
[৪] তেওঁ তৰাবোৰৰ লেখ লয় ;
তেওঁ সেইবোৰক নাম ধৰি ধৰি মাতে।
[৫] আমাৰ প্ৰভু মহান, আৰু শক্তিত পৰাক্ৰমী ;
তেওঁৰ জ্ঞান অসীম।
[৬] যিহোৱাই নম্ৰবিলাকক ধৰি ৰাখে ;
তেওঁ দুষ্টবোৰক মাটিলৈ পেলাই দিয়ে।
[৭] যি জনাই আকাশ-মণ্ডলক মেঘেৰে ঢাকে,
যি জনাই পৃথিবীলৈ বৰষুণ যুগুত কৰে,
যি জনাই পৰ্ব্বতবোৰৰ ওপৰত ঘাঁহ গজায়,
[৮] সেই যিহোৱাৰ উদ্দেশে তোমালোকে ধন্যবাদেৰে গীত গোৱা,
বীণাৰে আমাৰ সেই ঈশ্বৰৰ প্ৰশংসাৰ গান কৰা।
[৯] তেওঁ পশুক আৰু চিঁচিঁয়াই থকা কাউৰি পোৱালিকো আহাৰ দিয়ে।
[১০] তেওঁ ঘোঁৰাৰ বলত সন্তোষ নেপায়,
মানুহৰ ভৰিতো তুষ্ট নহয়,
[১১] যিহোৱাই আপোনালৈ ভয় ৰাখোঁতাবিলাকত সন্তোষ পায়,
আৰু তেওঁৰ দয়ালৈ অপেক্ষা কৰোঁতাবিলাকত সন্তুষ্ট হয়।
[১২] হে যিৰূচালেম, যিহোৱাৰ শলাগ লোৱা ;
হে চিয়োন, তোমাৰ ঈশ্বৰৰ প্ৰশংসা কৰা।
[১৩] কিয়নো তেওঁ তোমাৰ দুৱাৰৰ ডাংবোৰ দৃঢ় কৰিলে,
তোমাৰ মাজত থকা তোমাৰ সন্তানবিলাকক আশীৰ্ব্বাদ দিলে।
[১৪] তেওঁ তোমাৰ সীমাৰ ভিতৰত শান্তি দিয়ে ;
তেওঁ তোমাক উত্তম ঘেঁহুৰে পৰিতৃপ্ত কৰে।
[১৫] তেওঁ পৃথিবীলৈ আপোনাৰ আজ্ঞা পঠায় ;
তেওঁৰ বাক্য অতি শীঘ্ৰে চলে।
[১৬] তেওঁ মেৰৰ নোমৰ সদৃশ হিম বৰষায় ;
তেওঁ ভস্মৰ দৰে গোট বন্ধা নিয়ৰ সিঁচে।
[১৭] তেওঁ টুকুৰাটুকুৰ কৰি শিল বৰষায় ;
তেওঁৰ জাৰৰ সন্মুখত কোন থাকিব পাৰে ?
[১৮] তেওঁ আপোনাৰ বাক্য পঠাই সেইবোৰ দ্ৰৱ কৰে ;
তেওঁ আপোনাৰ বতাহ বলোৱাত পানী বৈ যায়।
[১৯] তেওঁ যাকোবক আপোন বাক্য,
আৰু ইস্ৰায়েলক আপোন বিধি আৰু শাসন-প্ৰণালীবোৰ জনায়।
[২০] তেওঁ অন্য কোনো জাতিৰে সৈতে এই ৰূপ ব্যৱহাৰ কৰা নাই ;
তেওঁৰ শাসন-প্ৰণালীবোৰ সিহঁতে নেজানে।
তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা।

**১৪৮** তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা।
তোমালোকে আকাশ-মণ্ডলত যিহোৱাৰ প্ৰশংসা কৰা,

উচ্চস্থানবোরত তেওঁর প্রশংসা করা।
[২] হে যিহোৱার সকলো দূত, তেওঁর প্রশংসা করা ;
হে যিহোৱার সকলো বাহিনি, তেওঁর প্রশংসা করা।
[৩] হে সূর্য্য আরু চন্দ্র, তেওঁর প্রশংসা করা ;
হে দীপ্তিমন্ত সকলো তরা, তেওঁর প্রশংসা করা।
[৪] হে আকাশ-মণ্ডলর ওপরর আকাশ-মণ্ডল,
হে গগণর ওপরত থকা জলসমূহ,
তেওঁর প্রশংসা করা।
[৫] সেইবোরে যিহোৱার নামর প্রশংসা করোক ;
কিয়নো তেওঁ আজ্ঞা দিয়াতে সেইবোরর সৃষ্টি হল।
[৬] তেওঁ যুগে যুগে অনন্ত কাললৈকে সেইবোর স্থাপন করিলে ;
কোনোৱে লঙ্ঘন করিব নোৱরা এটী নিয়ম তেওঁ স্থির করিলে।
[৭] হে নাগবিলাক আরু সকলো অগাধ জলসমূহ,
[৮] হে অগ্নি আরু শিলাবৃষ্টি, হিম আরু ভাপ,
যিহোৱার বাক্য সিদ্ধ করোঁতা হে ধুমুহা বতাহ,
[৯] হে গিরি আরু পর্ব্বতবিলাক,
হে ফলৱতী বৃক্ষ আরু এরচ বৃক্ষবিলাক,
[১০] হে বনরীয়া আরু ঘরচীয়া পশুবিলাক,
হে বগাই ফুরা উরগ আরু ডেউকা লগা পক্ষীবিলাক,
[১১] হে পৃথিবীর রজাবিলাক আরু সমুদায় জাতিবিলাক,
হে অধিপতি আরু পৃথিবীর বিচারকর্ত্তাবিলাক,
[১২] হে যুবা আরু যুবতীবিলাক, বুড়া আরু লরাবিলাক,
তোমালোক সকলোৱে পৃথিবীত যিহোৱার প্রশংসা করা।
[১৩] সেইবিলাকে যিহোৱার নামর প্রশংসা করোক ;
কিয়নো অকল তেওঁর নামেইহে উন্নত ;
তেওঁর গৌরব পৃথিবী আরু আকাশ-মণ্ডল জুরিছে।
[১৪] সকলো সাধুর প্রশংসাযোগ্য যি তেওঁ,
তেওঁ আপোন প্রজাবিলাকর শিঙটো উন্নত করিলে ;
তেওঁ আপোনার ওচরত থকা প্রজা ইস্রায়েলর সন্তানবিলাকরেই শিঙটো উন্নত করিলে।
তোমালোকে যিহোৱার প্রশংসা করা।

## ১৪৯

তোমালোকে যিহোৱার প্রশংসা করা।
যিহোৱার উদ্দেশে এটী নতুন গীত গোৱা,
আরু সাধুবিলাকর সমাজত তেওঁর প্রশংসার গান করা,
[২] ইস্রায়েল আপোন সৃষ্টিকর্ত্তাত আনন্দিত হওক ;
চিয়োনর সন্তানবিলাক সিবিলাকর রজাত উল্লাসিত হওক।
[৩] সিবিলাকে নাচি নাচি তেওঁর নামর প্রশংসা করোক ;
সিবিলাকে খঞ্জরি আরু বীণা লৈ তেওঁর প্রশংসার গান করোক।
[৪] কিয়নো যিহোৱাই আপোন প্রজাবিলাকত সন্তোষ পায় ;
তেওঁ নম্রবিলাকক পরিত্রাণেরে ভূষিত করে।
[৫] সাধুবিলাক গৌরবেরে উল্লাসিত হওক ;
সিবিলাকে আপোন আপোন শয্যাত আনন্দগান করোক।
[৬] ঈশ্বরর প্রশংসা সিবিলাকর মুখত থাকোক ;
[৭] জাতিবিলাকর প্রতিফল সাধিবলৈ,
লোকসমূহক দণ্ড দিবলৈ,
[৮] সিহঁতর রজাবিলাকক শিকলিরে বান্ধিবলৈ,
সিহঁতর মান্তবন্ত লোকক লোহার জিঞ্জিরিরে বান্ধিবলৈ,
[৯] সিহঁতর বিরুদ্ধে লিখিত বিচার নিস্পত্তি করিবলৈ,
দুধরীয়া তরোৱাল সিবিলাকর হাতত থাকোক ;
সেয়েই তেওঁর সাধুবিলাকর সন্মান।
তোমালোকে যিহোৱার প্রশংসা করা।

## ১৫০

তোমালোকে যিহোৱার প্রশংসা করা।
ঈশ্বরর পবিত্রস্থানত তেওঁর প্রশংসা করা ;
তেওঁর শক্তিপ্রকাশক আকাশ-মণ্ডলত তেওঁর প্রশংসা করা।
[২] তেওঁর মহৎ কার্য্যর নিমিত্তে তেওঁর প্রশংসা করা,

তেওঁৰ প্ৰচুৰ মহিমা অনুসাৰে তেওঁৰ প্ৰশংসা কৰা।
[3] শিঙ্গা-বাদ্যেৰে তেওঁৰ প্ৰশংসা কৰা;
নেবল আৰু বীণাৰে তেওঁৰ প্ৰশংসা কৰা।
[4] খঞ্জৰি লৈ নাচি নাচি তেওঁৰ প্ৰশংসা কৰা;
তাৰযুক্ত যন্ত্ৰ আৰু বাঁহীৰে তেওঁৰ প্ৰশংসা কৰা।
[5] সুশ্ৰাব্য তালেৰে তেওঁৰ প্ৰশংসা কৰা;
উচ্চধ্বনি কৰা তালেৰে তেওঁৰ প্ৰশংসা কৰা।
[6] নিশ্বাস থকা সকলোৱেই যিহোৱাৰ প্ৰশংসা কৰোক।
তোমালোকে যিহোৱাৰ প্ৰশংসা কৰা।

---

# হিতোপদেশ

অৰ্থাৎ

## চলোমনৰ নীতি-বাক্য।

আভাষ।

**১** প্ৰজ্ঞা আৰু শিক্ষা লাভ কৰিবলৈ,
বুদ্ধিমান লোকৰ বাক্য বুজিবলৈ,
[2] বহুদৰ্শীতাত, ধাৰ্ম্মিকতাত, ন্যায়বিচাৰত,
আৰু যথাৰ্থতাত শিক্ষা গ্ৰহণ কৰিবলৈ,
[3] নিৰ্ব্বোধবোৰক বোধ দিবলৈ,
আৰু ডেকা লোকক জ্ঞান আৰু সুবুদ্ধি দিবলৈ ৰচনা কৰা
[4] ইস্ৰায়েলৰ ৰজা দায়ূদৰ পুত্ৰ চলোমনৰ নীতি-বাক্য।
[5] নীতিবাক্য আৰু দৃষ্টান্ত কথা, জ্ঞানীবিলাকৰ বচন
আৰু সিবিলাকৰ নিগূঢ়বাক্য বুজিবৰ নিমিত্তে,
[6] জ্ঞানী লোকে শুনি আৰু বিজ্ঞাবন্ত হওক,
আৰু বুদ্ধিমান লোক কাৰ্য্য-নিৰ্ব্বাহত পাৰদৰ্শী হওক।

পাপকৰ্ম্মৰ নিষেধ।

[7] যিহোৱালৈ ভয় ৰখাই জ্ঞানৰ আৰম্ভণ;
কিন্তু অজ্ঞানবোৰে প্ৰজ্ঞা আৰু শিক্ষা হেয়-জ্ঞান কৰে।
[8] হে মোৰ বোপা, তুমি আপোন পিতৃৰ শিক্ষা শুনা,
আৰু আপোন মাতৃৰ ব্যৱস্থা ত্যাগ নকৰিবা;
[9] কিয়নো সেই দুয়ো তোমাৰ মূৰৰ সুন্দৰ মালা,
আৰু তোমাৰ ডিঙিৰ হাৰস্বৰূপ।
[10] হে মোৰ বোপা, পাপীবোৰে তোমাক লোভ দেখুৱালে তুমি সন্মত নহবা।
[11] সিহঁতে যদি কয়, "আমাৰ লগত আহাঁ,
আমি ৰক্তপাত কৰিবলৈ খাপ দি থাকোঁ,
নিৰ্দ্দোষীক অকাৰণে ধৰিবলৈ লুকাই থাকোঁ,
[12] আমি চিয়োলৰ নিচিনাকৈ সিহঁতক জীয়াই জীয়াই গিলি পেলাওঁ,
আৰু গাঁতলৈ নামি যোৱাবিলাকক কৰা নিচিনাকৈ সম্পূৰ্ণৰূপে গ্ৰাস কৰোঁ,
[13] আমি সকলো বিধৰ বহুমূল্য বস্তু পাম,
আৰু লুটদ্ৰব্যেৰে আমাৰ আপোন আপোন ঘৰ ভৰাম,
[14] আহাঁ, তুমি আমাৰ মাজত এজন ভাগী হোৱা,
আমাৰ সকলোৰে একেটা মোনা হওক,"
[15] তেন্তে হে মোৰ বোপা, সিহঁতৰ লগত সেই বাটে নেযাবা,
সিহঁতৰ পথৰ পৰা তোমাৰ ভৰি আঁতৰাই ৰাখা।
[16] কিয়নো সিহঁতৰ ভৰিয়ে কুকৰ্ম্মৰ ফাললৈ লৰ ধৰে;
আৰু সিহঁতে ৰক্তপাত কৰিবলৈ খৰ কৰে।

[১৭] বাস্তৱিকে কোনো চৰাইৰ চকুৰ আগত জাল পতা বৃথা,
[১৮] কিন্তু সিহঁতে নিজৰ নিজৰেই ৰক্তপাত কৰিবলৈ খাপ দি থাকে,
আৰু নিজৰ নিজৰেই প্ৰাণ নষ্ট কৰিবলৈ লুকাই থাকে।
[১৯] লাভলৈ লালস কৰা সকলোৰে এই গতি ;
সেয়ে তাৰ গৰাকীৰেই প্ৰাণ নষ্ট কৰে।

প্ৰজ্ঞাৰ নিমন্ত্ৰণ।

[২০] প্ৰজ্ঞাই আলিত ৰিভিয়াই কয়,
চকবোৰত আপোন মাত শুনায়।
[২১] তেওঁ মানুহেৰে ভিড় হোৱা প্ৰধান ঠাইত ঘোষণা কৰে ;
তেওঁ নগৰত, নগৰৰ দুৱাৰ-মুখত আপোনাৰ এই কথা কয়,
[২২] "হে নিৰ্ব্বোধবিলাক, কিমান কাল নো তোমালোকে নিৰ্ব্বোধতা ভাল পাবা ?
নিন্দকবোৰে কিমান দিন নো নিন্দাত সন্তুষ্ট হব ?
আৰু অজ্ঞানবোৰে কিমান কাল নো জ্ঞানক ঘিণ কৰিব ?
[২৩] মোৰ অনুযোগত ঘুৰি আঁহা ;
দেখা, ময় তোমালোকৰ ওপৰত মোৰ আত্মা বাকি দিম,
আৰু মোৰ কথা তোমালোকক জনাম।
[২৪] ময় মাতিলত তোমালোকে আহিবলৈ অসন্মত হলা,
আৰু হাত মেলিলত কোনেও মন নকৰিলা ;
[২৫] কিন্তু তোমালোকে মোৰ সকলো পৰামৰ্শ অগ্ৰাহ্য কৰিলা,
আৰু মোৰ অনুযোগ শুনিবলৈ ইচ্ছা নকৰিলা।
[২৬] এই কাৰণে তোমালোকৰ আপদৰ কালত ময়ো হাঁহিম,
আৰু তোমালোকৰ ভয় উপস্থিত হলে ধেঁমেলিয়াম।
[২৭] যেতিয়া ধুমুহাৰ নিচিনাকৈ তোমালোকলৈ ভয় উপস্থিত হব,
আৰু বামাৰলি বতাহৰ দৰে তোমালোকলৈ আপদ ঘটিব,
যেতিয়া ক্লেশ আৰু বেদনাই তোমালোকক আক্ৰমণ কৰিব,
[২৮] তেতিয়া সকলোৱে মোক বিনয় কৰিব, কিন্তু ময় উত্তৰ নিদিম,
সিহঁতে শ্ৰমেৰে মোক বিচাৰিব, কিন্তু নেপাব ;
[২৯] কিয়নো সিহঁতে জ্ঞান ঘিণ কৰে,
আৰু যিহোৱাৰ ভয় মনোনীত নকৰে।
[৩০] সিহঁতে মোৰ পৰামৰ্শত সন্মত নহয়,
আৰু মোৰ সকলো অনুযোগ হেয়জ্ঞান কৰে।
[৩১] এই কাৰণে সিহঁতে আপোন আপোন আচৰণৰ ফল ভোগ কৰিব,
আপোন আপোন কু-আলচৰ ফলেৰে পৰিপূৰ্ণ হব ;
[৩২] কিয়নো নিৰ্ব্বোধহঁতৰ বিপথ-গমনেই আপোনাবিলাকক বিনষ্ট কৰিব,
আৰু অজ্ঞানহঁতৰ নিশ্চিন্ততাই আপোনাবিলাকক সংহাৰ কৰিব।
[৩৩] কিন্তু যি জনে মোৰ কথা শুনে, সি নিৰাপদে থাকিব,
আৰু অমঙ্গলৰ ভয় নোপোৱাকৈ শান্তিৰে থাকিব।"

প্ৰজ্ঞাৰ উৎকৃষ্টতা।

**২** হে মোৰ বোপা, তুমি যদি মোৰ কথা এনেকৈ গ্ৰহণ কৰা,
আৰু মোৰ আজ্ঞাবোৰ এনেকৈ মনত ৰাখা,
[২] যেন তুমি প্ৰজ্ঞালৈ কাণ দিব পাৰা,
আৰু সুবুদ্ধিলৈ মনোযোগ কৰিব পাৰা ;
[৩] এনে কি, তুমি যদি সুবিবেচনাক মাতা,
আৰু সুবুদ্ধিৰ নিমিত্তে ৰিভিওৱা,
[৪] যদি ৰূপৰ দৰে তেওঁক বিচাৰা,
আৰু গুপ্ত ধনৰ দৰে তেওঁৰ অনুসন্ধান লোৱা,
[৫] তেন্তে তুমি যিহোৱাৰ ভয় বুজিব পাৰিবা,
আৰু ঈশ্বৰবিষয়ক জ্ঞান পাবা।
[৬] কিয়নো যিহোৱায়েই প্ৰজ্ঞা দিয়ে,
তেওঁৰেই মুখৰ পৰা জ্ঞান আৰু সুবুদ্ধি ওলায়।
[৭] সুবিচাৰৰ পথবোৰ ৰক্ষা কৰিবলৈ,
আৰু আপোন সাধু লোকবিলাকৰ পথবোৰ পালন কৰিবলৈ,
[৮] তেওঁ সৰলবিলাকৰ নিমিত্তে বুদ্ধি-কৌশল সাঁচি থয়,

আৰু সিদ্ধ আচৰণ কৰোঁতাবিলাকৰ ঢালস্বৰূপ হয়।

[৯] সেয়ে হলে, তুমি ধাৰ্ম্মিকতা, সুবিচাৰ, আৰু যথাৰ্থতা,
এনে কি, সকলো মঙ্গলৰ পথ বুজিব পাৰিবা।

[১০] কিয়নো প্ৰজ্ঞাই তোমাৰ হৃদয়ত প্ৰবেশ কৰিব,
আৰু জ্ঞান তোমাৰ প্ৰাণৰ সুখজনক হব।

[১১] কুপথৰ পৰা তোমাক উদ্ধাৰ কৰিবলৈ,
আৰু যিবোৰে কুটিল বাক্য কয়,

[১২] আন্ধাৰৰ পথত চলিবৰ নিমিত্তে
সৰল পথ ত্যাগ কৰে,

[১৩] কুকৰ্ম্ম কৰিবৰ নিমিত্তে আনন্দ কৰে,
আৰু দুৰ্জ্জনৰ প্ৰবঞ্চনাত উল্লাস কৰে,

[১৪] কুটিল পথৰ এনে পথিকবিলাকৰ পৰা,
আপোন আপোন পথত বেঁকাকৈ চলোঁতা এনে লোকবিলাকৰ পৰা তোমাক উদ্ধাৰ কৰিবলৈ,

[১৫] যি স্ত্ৰীয়ে আপোন যৌবনকালৰ মিত্ৰক ত্যাগ কৰে,
আৰু আপোন ঈশ্বৰৰ নিয়মটী পাহৰে,

[১৬] এনে পৰস্ত্ৰীৰ পৰা,
আপোন বাক্যেৰে খুচামোদ কৰোঁতা এনে ব্যভিচাৰিণীৰ পৰা তোমাক উদ্ধাৰ কৰিবলৈ,

[১৭] (কিয়নো তাইৰ ঘৰ মৃত্যুৰ ফাললৈ ঢাল খোৱা;
তাইৰ পথে মৃত লোকৰ ফালে নিয়ে,

[১৮] তাইৰ তালৈ যোৱা লোক উভটি নাহে,
সিহঁতে জীৱনৰ পথ আৰু নেপায়।)

[১৯] বহুদৰ্শীতা তোমাৰ পৰীয়া হব,
আৰু সুবুদ্ধিয়ে তোমাক ৰক্ষা কৰিব।

[২০] তুমি যেন সৎলোকৰ পথত চলিব পাৰা,
আৰু ধাৰ্ম্মিক লোকবিলাকৰ পথ ধৰা,
এই নিমিত্তে মই ইয়াক কৈছোঁ।

[২১] কাৰণ সৰল লোকবিলাকে দেশত নিবাস কৰিব,
আৰু সিদ্ধ লোকবিলাক তাত অৱশিষ্ট থাকিব;

[২২] কিন্তু দুষ্টবোৰক দেশৰ পৰা উচ্ছন্ন কৰা হব,
আৰু বিশ্বাসঘাতকবোৰক দেশৰ পৰা উঘলা যাব।

সাধুতা মঙ্গলজনক।

৩ হে মোৰ বোপা, তুমি মোৰ ব্যৱস্থা নেপাহৰিবা,
কিন্তু তোমাৰ অন্তঃকৰণে মোৰ আজ্ঞাবোৰ পালন কৰোক।

[২] কিয়নো তুমি সেইবোৰৰ দ্বাৰায় তোমাৰ আয়ুসৰ দীৰ্ঘতা,
আৰু জীৱনৰ বছৰবোৰ ও শান্তি লাভ কৰিবা।

[৩] দয়া আৰু সত্যতাই তোমাক ত্যাগ নকৰোক;
দুয়োকো তুমি ডিঙিত বান্ধি ৰাখা,
আৰু নিজৰ হৃদয়ৰূপ ফলিত লিখি থোৱা।

[৪] তাকে কৰিলে তুমি ঈশ্বৰ আৰু মানুহৰ দৃষ্টিত
অনুগ্ৰহ আৰু সুযশস্যা পাবা।

[৫] তুমি সমস্ত মনেৰে সৈতে যিহোৱাত ভাৰসা কৰা;
তোমাৰ নিজ বিবেচনাত তুমি নিৰ্ভৰ নকৰিবা।

[৬] তোমাৰ সকলো কাৰ্য্যত তেওঁক স্বীকাৰ কৰা;
তাতে তেওঁ তোমাৰ পথবোৰ সমান কৰিব।

[৭] আপোনাকে আপুনি জ্ঞানী বুলি নেমানিবা;
যিহোৱালৈ ভয় ৰাখা, আৰু বেয়াৰ পৰা আঁতৰ হোৱা।

[৮] সেয়ে তোমাৰ শৰীৰৰ স্বাস্থ্য,
আৰু তোমাৰ হাড়বোৰৰ মগজুস্বৰূপ হব।

[৯] তোমাৰ সম্পত্তিৰে যিহোৱাক আদৰ কৰা,
আৰু তোমাৰ সকলো আয়ৰ আগ ভাগেৰে যিহোৱাক সম্মান কৰা;

[১০] তাতে তোমাৰ ভঁৰালবোৰ বহু শস্যেৰে পৰিপূৰ্ণ হব,
আৰু তোমাৰ দ্ৰাক্ষাকুণ্ড দ্ৰাক্ষাৰসেৰে উপচি পৰিব।

[১১] হে মোৰ বোপা, যিহোৱাৰ শাস্তি হেয়জ্ঞান নকৰিবা,
আৰু তেওঁৰ অনুযোগত আমনি নেপাবা;

[১২] কিয়নো পিতৃয়ে আপোন প্ৰিয় পুত্ৰক যেনে কৰে,
সেই ৰূপে ঈশ্বৰেও যাকে প্ৰেম কৰে, তাকেইহে অনুযোগ কৰে।

[১৩] যি মানুহে প্ৰজ্ঞা পায়,

আৰু সুবুদ্ধি লাভ কৰে, সি ধন্য ;
[১৪] কিয়নো ৰূপৰ ব্যৱসায়ৰ আয়তকৈ তাৰ ব্যৱসায়ৰ আয় উত্তম,
আৰু শুদ্ধ সোণতকৈয়ো প্ৰজ্ঞালাভ উত্তম।
[১৫] সেয়ে পদ্মৰাগতকৈয়ো বহুমূল্য ;
তোমাৰ অভিলাষৰ কোনো বস্তুকেই তাৰ লগত তুলনা কৰিব নোৱাৰি।
[১৬] সেই প্ৰজ্ঞাৰ সোঁহাতে দীৰ্ঘায়ু,
আৰু বাঁওহাতে ধন ও সন্মান আছে।
[১৭] তেওঁৰ পথবোৰ সন্তোষজনক পথ,
আৰু তেওঁৰ সকলো বাট শান্তিময়।
[১৮] তেওঁত শৰণ লোৱাবিলাকৰ মানত তেওঁ জীৱনদায়ক বৃক্ষস্বৰূপ হয়,
আৰু তেওঁক দৃঢ়কৈ ধৰা প্ৰতিজন লোক সুখী।
[১৯] যিহোৱাই প্ৰজ্ঞাৰ দ্বাৰায় পৃথিবীৰ মূল স্থাপন কৰিলে,
আৰু সুবুদ্ধিৰ দ্বাৰায় আকাশ-মণ্ডল সুস্থিৰ কৰিলে।
[২০] তেওঁৰ জ্ঞানৰ দ্বাৰায় অগাধ জলসমূহক দুভাগ কৰা হল,
আৰু আকাশে নিয়ৰ বৰষায়।
[২১] হে মোৰ বোপা, তুমি সেই সকলোক আপোন চকুৰ পৰা আঁতৰ হবলৈ নিদিবা ;
তুমি বুদ্ধি-কৌশল আৰু বহুদৰ্শীতাক যত্নেৰে ৰাখা।
[২২] তাতে সেইবোৰ তোমাৰ প্ৰাণৰ জীৱন,
আৰু তোমাৰ ডিঙিৰ শোভাস্বৰূপ হব।
[২৩] তেতিয়া তুমি আপোন পথত নিৰ্ব্বিঘ্নে চলি থাকিবা,
আৰু তোমাৰ ভৰিয়ে উজুটি নেখাব।
[২৪] তুমি শয়ন কৰা কালত তোমাৰ ভয় নেথাকিব ;
এনে কি, তুমি শুলে তোমাৰ টোপনি সুখজনক হব।
[২৫] তুমি আকস্মিক আপদলৈ ভয় নকৰিবা,
নাইবা দুষ্টবোৰলৈ বিনাশ আহিলে, তুমি তালৈ আশঙ্কা নকৰিবা।
[২৬] কিয়নো যিহোৱা তোমাৰ বিশ্বাস-ভূমি হব,
আৰু তেওঁ তোমাৰ ভৰি ফান্দত নপৰাকৈ ৰাখিব।
[২৭] তোমাৰ উপকাৰ কৰিবৰ সমৰ্থ থাকিলে,
উপকাৰ কৰিব লগীয়াক উপকাৰ নকৰাকৈ নেথাকিবা।
[২৮] যেতিয়া তোমাৰ হাতত বস্তু থাকে,
তেতিয়া, তুমি যোৱা, আকৌ আহিবা, কাইলৈ দিম, চুবুৰীয়াক এনে কথা নকবা।
[২৯] কোনো মানুহ তোমাৰ লগত নিৰ্ভয়েৰে থকা দেখিলে,
তাৰ বিৰুদ্ধে কুকল্পনা নকৰিবা।
[৩০] কোনোৱে তোমাৰ অপকাৰ নকৰাকৈ,
অকাৰণে তাৰ লগত বিবাদ নকৰিবা।
[৩১] অত্যাচাৰীক অসূয়া নকৰিবা ;
তাৰ কোনো পথ মনোনীত নকৰিবা।
[৩২] কিয়নো কুটিল লোক যিহোৱাৰ ঘিণলগীয়া ;
কিন্তু তেওঁৰ গুপ্ত মন্ত্ৰণা হলে সৰলবিলাকৰ লগতহে।
[৩৩] দুষ্ট লোকৰ ঘৰত যিহোৱাৰ শাও থাকে ;
কিন্তু তেওঁ ধাৰ্ম্মিকবিলাকৰ নিবাস আশীৰ্ব্বাদযুক্ত কৰে।
[৩৪] নিশ্চয়ে তেওঁ নিন্দকবোৰক নিন্দা কৰে ;
কিন্তু নম্ৰবিলাকক অনুগ্ৰহ দান কৰে।
[৩৫] জ্ঞানীবিলাক মৰ্য্যাদাৰ অধিকাৰী হয় ;
কিন্তু অজ্ঞানবোৰৰ উন্নতি লাজেই।

সুশিক্ষা-গ্ৰহণত পৰমলাভ।

**৪** হে মোৰ বোপাইঁত, পিতৃৰ উপদেশ শুনা,
আৰু সুবিবেচনা বুজিবলৈ কাণ পাতা ;
[২] কিয়নো মই তোমালোকক উত্তম শিক্ষা দিওঁ ;
তোমালোকে মোৰ ব্যৱস্থা ত্যাগ নকৰিবা।
[৩] কিয়নো ময়ো মোৰ পিতৃৰ পুত্ৰ আছিলোঁ,
আৰু মাতৃৰ দৃষ্টিত কুমলীয়া আৰু একেটী সন্তান আছিলোঁ।
[৪] তেওঁ মোক শিক্ষা দি এই কথা কলে,
"তোমাৰ হৃদয়ে মোৰ বাক্য ধৰি ৰাখোক ;
তুমি মোৰ আজ্ঞাবোৰ পালন কৰি জীৱনধাৰণ কৰা।
[৫] প্ৰজ্ঞা উপাৰ্জ্জন কৰা, সুবিবেচনা আৰ্জ্জা ;
তাক নেপাহৰিবা, আৰু মোৰ মুখৰ বাক্যৰ পৰা আঁতৰি নেযাবা।
[৬] প্ৰজ্ঞাক ত্যাগ নকৰিবা, তাতে তেওঁ তোমাক ৰক্ষা কৰিব ;

তেওঁক প্রেম করা, তাতে তেওঁ তোমাক রাখিব।
৭ প্রজ্ঞাই মূল বস্তু, এই হেতুকে প্রজ্ঞা উপাৰ্জ্জন করা;
এনে কি, তোমার সকলো আয়েরে সুবিবেচনা লাভ করা।
৮ তেওঁক শিরোধার্য্য করা, তেতিয়া তেওঁ তোমার উন্নতি করিব;
তুমি তেওঁক সাবটি ধরিলে, তেওঁ তোমাক মান্যর ঠাইলৈ আনিব।
৯ তেওঁ তোমার মূরত শোভা করোঁতা মালা দিব,
আরু তোমাক সুন্দর কিরীটি দান করিব।
১০ হে মোর বোপা, শুনা, আরু মোর কথা গ্রহণ করা;
তাতে তোমার আয়ুসর বছর অনেক হব।
১১ ময় তোমাক প্রজ্ঞার পথ শিকালোঁ,
সরল পথত গমন করালোঁ।
১২ তুমি যাওঁতে তোমার ভরি কোঁচ নেখাব,
আরু লর মারিলেও তুমি উজুটি নেখাবা।
১৩ শিক্ষাক দৃঢ়রূপে ধরা, এরি নিদিবা;
তেওঁক ধরি রাখা, কিয়নো তেৱেঁই তোমার জীৱনস্বরূপ।
১৪ দুষ্টবোরর বাটত নোসোমাবা,
আরু দুর্জ্জনবোরর পথত নচলিবা।
১৫ তাক এরা, তার ওচরেদিও নেযাবা;
তার পরা বিমুখ হৈ গুচি যোৱা।
১৬ কিয়নো কুকর্ম্ম নকরিলে সিহঁতর ঘুমটি নাহে,
আরু কোনোক উজুটি খুৱাব নোৱারিলে সিহঁতর টোপনি খতি হয়।
১৭ কারণ সিহঁতে দুষ্টতারূপ আহার ভোজন করে,
আরু উপদ্রৱরূপ দ্রাক্ষারস পান করে।
১৮ দুপরলৈকে ক্রমে বৃদ্ধি পোৱা অরুণর যি দীপ্তি,
ধার্ম্মিকর পথ সেই দীপ্তির নিচিনা।
১৯ দুষ্টবোরর পথ অন্ধকারর নিচিনা;
সিহঁতে কিহত উজুটি খায়, তাক নেজানে।
২০ হে মোর বোপা, মোর বাক্যলৈ মনোযোগ করা,
আরু মোর কথালৈ কাণ পাতা।
২১ সেইবোর তোমার দৃষ্টির অগোচর নহওক;
সেইবোর তোমার হৃদয়র ভিতরত রাখা।
২২ কিয়নো, যিবিলাকে সেইবোর পায়, সিবিলাকলৈ সেইবোর জীৱনস্বরূপ,
আরু সিবিলাকর সর্ব্বশরীরলৈ স্বাস্থ্যস্বরূপ।
২৩ রক্ষা করিব লগীয়া সকলো বস্তুর মাজত,
সকলোতকৈ তোমার হৃদয়ক অধিক যত্নেরে রক্ষা করা;
কিয়নো তারে পরাই জীৱন উৎপন্ন হয়।
২৪ তোমার মুখর পরা কুটিলতা দূর করা,
আরু ওঁঠর পরা চতুরতা দূর করা।
২৫ তোমার চকুৱে আগ ফাললৈ চাওক,
আরু তোমার চকুর পিরঠিয়ে সম্মুখলৈ দৃষ্টি করোক।
২৬ তোমার ভরির পথ সমান করা,
আরু তোমার সকলো গতি সুস্থির হওক।
২৭ সোঁহাতে কি বাঁওহাতে নুঘুরিবা
মন্দর পরা তোমার ভরি আঁতরোৱা।”

বেশ্যার ওচরলৈ যোৱা নিষেধ।

৫ হে মোর বোপা, তুমি যেন বহুদর্শীতা পালন করিব পারা,
আরু তোমার ওঁঠে যেন জ্ঞান রক্ষা করিব পারে,
২ এই নিমিত্তে মোর প্রজ্ঞালৈ মনোযোগ করা,
আরু মোর সুবুদ্ধিলৈ কাণ পাতা।
৩ কিয়নো ব্যভিচারিণীর ওঁঠর পরা টোপাটোপে মৌ পড়ে,
আরু তাইর মুখর কথা তেলতকৈয়ো তেলেতীয়া;
৪ কিন্তু তাইর দ্বারায় হোৱা শেষফল নাগ্‌দানার নিচিনা তিতা,
আরু দুধরীয়া তরোৱালর নিচিনা চোকা।
৫ তাইর ভরি মৃত্যুলৈ নামি যায়,
আরু তাইর খোজ চিয়োলত পড়েগৈ।
৬ এই রূপে তাই জীৱনর সমান পথ নেপায়;
তাইর চলন-ফিরণ অস্থির, তাই তাক নেজানে।
৭ এই হেতুকে হে মোর বোপাহঁত, মোর কথা শুনা,
মোর মুখর বাক্যর পরা বিমুখ নহবা।
৮ তুমি তাইর পরা আপোন পথ দূরত রাখা;
তাইর ঘরর দুৱারর ওচরলৈকে নেযাবা।

[৯] গলে, তুমি তোমার শ্রী অন্যর হাতত সমর্পণ করিবা,
আরু তোমার আয়ুস নির্দ্দয়াক দিবা ;
[১০] তাতে তোমার ধন-সম্পত্তিত অচিনাকী লোক তৃপ্ত হব,
আরু তোমার পরিশ্রমর ফল পরজাতীয়র ঘরত হব।
[১১] আরু তোমার মাংস ও শরীর ক্ষয় পালে,
তোমার শেষ-অবস্থাত তুমি শোক করি কবা,
[১২] "হায় হায়, ময় কেনেকৈ শিক্ষাক ঘিণ করিলোঁ!
আরু মোর অন্তরে কেনেকৈ অনুযোগ হেয়-জ্ঞান করিলে!
[১৩] ময় মোর গুরুবিলাকর কথা নুশুনিলোঁ,
আরু শিক্ষকবিলাকলৈকো কাণ নিদিলোঁ।
[১৪] সমাজ আরু মণ্ডলীর মাজত
ময় প্রায় একেবারে বিনষ্ট হলোঁ।"
[১৫] তুমি আপোন পুখুরির জল,
আরু আপোন নাদর ওলাই থকা পানী পান করা।
[১৬] তোমার ভুমুকবোর বাহিরলৈ বিস্তারিত হোবা উচিত নে?
আরু তোমার পানীর সোঁতবোর চকবোরলৈ যোৱা ভাল নে?
[১৭] সেইবোর কেবল তোমার নিমিত্তেই হওক,
আরু তোমারে সৈতে অন্যবিলাকর নিমিত্তে নহওক।
[১৮] তোমার ভুমুক আশীর্ব্বাদযুক্ত হওক;
তুমি আপোন যৌবন-কালর ভার্য্যাত আনন্দ করা।
[১৯] প্রেমকারিণী হরিণী আরু সুন্দরী মৃগীর নিচিনা যি তেওঁ,
তেওঁরেই স্তনর দ্বারায় সকলো সময়ত তুমি তৃপ্ত হোবা,
আরু তেওঁর প্রেমতে সদায় মত্ত থাকা।
[২০] কিয়নো হে মোর বোপা, তুমি পরস্ত্রীত কিয় মত্ত হবা?
আরু ব্যভিচারিণীর বুকত কিয় সাবট মারি ধরিবা?
[২১] কিয়নো মনুষ্যর আটাই কার্য্য যিহোবার চকুর আগত আছে,
আরু তেওঁ তার সকলো পথর বিচার করে।
[২২] দুষ্টক আপোন অপরাধেই ধরা পেলায়;
সি আপোন পাপরূপ জরীত বান্ধ খায়।
[২৩] সি শিক্ষার অভাবত প্রাণত্যাগ করে,
আরু তার অজ্ঞানতার বাহুল্যত সি মতলীয়ার নিচিনাকৈ চলংপলং করে।

অবিবেচনারূপে জামিন হোৱা, আরু
এলাহ আদি নিষেধ।

৬ হে মোর বোপা, যদি তুমি আপোন চুবুরীয়ার জামিন হলা,
যদি পরর হাতত চাপর মারিলা,
[২] তেন্তে তুমি আপোনার মুখর বাক্যরূপ ফান্দত পড়িলা,
আরু আপোনার মুখর কথারেই ধরা পড়িলা।
[৩] এই হেতুকে হে মোর বোপা, তুমি আপোন ওচর-চুবুরীয়ার হাতত পড়াত,
ইয়াকে করি আপোনাকে মুক্ত করা;
যোৱা, তুমি দণ্ডৱতে আপোন ওচর-চুবুরীয়াক মিনতি করাগৈ।
[৪] তোমার চকুক টোপনি যাবলৈ,
বা চকুর পিরঠিক মুদ যাবলৈ নিদিবা।
[৫] হরিণে ব্যাধর হাতর পরা, আরু চরায়ে চরাই-মরীয়ার হাতর পরা রক্ষা করার দরে
তুমিও আপোনাকে মুক্ত করা।
[৬] হে এলেহুৱা, পরুৱার ওচরলৈ যোৱা,
সিহঁতর কার্য্য দেখি জ্ঞানী হোৱা।
[৭] সিহঁতর অধিপতি, কার্য্যাধ্যক্ষ, বা শাসনকর্ত্তা নথকাত্তো,
[৮] সিহঁতে জহকালত আপোনাবিলাকর খোৱা বস্তু গোটায়,
আরু শস্য দোৱার সময়ত আহার চপায়।
[৯] হে এলেহুৱা, তুমি কিমান কাল শুই থাকিবা?
আরু কেতিয়া নো টোপনির পরা উঠিবা?
[১০] "আরু অলপ টোপনি, আরু অলপ ঘুমটি,
আরু অলপ টোপনিয়াবলৈ হাত সাবটো"
বুলি কৈ থাকিলে,
[১১] তোমার দরিদ্রতা ডকাইতর নিচিনাকৈ,
আরু তোমার দীনহীনতা সুসজ্জিত রণুৱার নিচিনাকৈ আহিব।

[12] নৰাধম দুৰাচাৰী এনে কোনো কোনো লোক আছে, যে,
সি আপোন মুখৰ কুটিলতাৰূপ পথত চলে;
[13] সি চকু টিপিয়াই আৰু ভৰিৰে সঙ্কেত কৰি বুজায়,
আৰু আঙ্গুলিৰে ইঙ্গিত কৰে;
[14] তাৰ মনত কুটিল ভাব থকাত সি সদায় বিষম-কেহে চিন্তে,
আৰু সি কন্দলস্বৰূপ গুটি সিঁচে।
[15] এই কাৰণে অকস্মাতে তালৈ আপদ আহিব,
আৰু মেৰামত কৰিব নোৱৰাকৈ তাক হঠাতে ভঙ্গা যাব।
[16] যিহোৱাই ঘিণ কৰা বস্তু ছ-টা,
এনে কি, তেওঁৰ ঘৃণনীয় সাতোটা;
[17] গৰ্ব্বী চকু, মিছা কথা কোৱা জিবা, নিৰ্দ্দোষীৰ ৰক্তপাতী হাত,
[18] কুকল্পনা কৰা মন, কুকৰ্ম্ম কৰিবলৈ লৰ মৰা কথাত বেগী ভৰি,
[19] মিছা কথা কওঁতা মিছা সাক্ষী, আৰু ভাই ভাইৰ মাজত কন্দলস্বৰূপ গুটি সিঁচোঁতা লোক।
[20] হে মোৰ বোপা, তুমি আপোন পিতৃৰ আজ্ঞা পালন কৰা,
আৰু আপোন মাতৃৰ ব্যৱস্থা ত্যাগ নকৰিবা।
[21] সেইবোৰ সদায় হৃদয়ত গাঁথি থোৱা, আৰু ডিঙিত বান্ধি লোৱা;
[22] তাতে ফুৰোঁতে সেইবোৰে তোমাক পথ দেখুৱাব,
শোৱা কালত তোমাক পৰ দি ৰাখিব,
আৰু সাৰে থকা সময়ত তোমাৰ লগত আলাপ কৰিব।
[23] কিয়নো দুষ্ট তিৰুতাৰ পৰা তোমাক ৰাখিবলৈ,
আৰু ব্যভিচাৰিণীৰ খুচামোদী জিবাৰ পৰা তোমাক ৰক্ষা কৰিবলৈ,
[24] সেই আজ্ঞা প্ৰদীপ, আৰু সেই ব্যৱস্থা পোহৰ-স্বৰূপ হয়,
আৰু শিক্ষা দিওঁতা অনুযোগ জীৱনৰ পথস্বৰূপ হয়।
[25] তুমি অন্তৰেৰে তাইৰ লাৱণ্যত মোহ নেযাবা,
আৰু তাইক আপোন চকুৰ পিৰকটিৰে তোমাক মোহিত কৰিব নিদিবা।
[26] কিয়নো বেশ্যা তিৰুতাৰ কাৰণে মানুহ অন্নৰ অভাৱত পৰে,
আৰু ব্যভিচাৰিণীয়ে মনুষ্যৰ মহামূল্য প্ৰাণ মৃগয়া কৰে।
[27] কোনোবাই বস্ত্ৰ নোপোৰাকৈ
আপোনাৰ বুকত জুই ৰাখিব পাৰে নে?
[28] বা কোনোবাই জ্বলা আপোন ভৰি নোপো-ৰাকৈ,
জ্বলি থকা আঙ্গঠাৰ ওপৰত খোজ কাঢ়িব পাৰে?
[29] যি মানুহে আপোন ওচৰ-চুবুৰীয়াৰ তিৰুতাত গমন কৰে, সিও তেনেকুৱা;
যি কোনোৱে তাইক স্পৰ্শ কৰে, সি দণ্ড নোপোৱাকৈ নেথাকিব।
[30] যি চোৰে ক্ষুধাতুৰ হৈ পেট ভৰাবলৈ চুৰ কৰে,
লোকে তাক ঘিণ নকৰিব পাৰে হয়;
[31] কিন্তু ধৰা পৰিলে, সি তাৰ সাত গুণ ক্ষতিপূৰণ কৰিব লাগিব,
আৰু আপোনাৰ ঘৰৰ সৰ্ব্বস্ব হলেও দিব লগা হব।
[32] পৰস্ত্ৰীগামী জ্ঞানশূন্য;
যি মানুহে এনে কাৰ্য্য কৰে, সি আপোনাৰ প্ৰাণ আপুনি নষ্ট কৰে।
[33] সি কোব খাব, আৰু অপমান পাব;
তাৰ দুৰ্নাম কেতিয়াও নুগুচিব।
[34] কিয়নো ঈৰ্ষ্যাই মানুহৰ বৰ ক্ৰোধ জ্বলায়;
তাৰ প্ৰতিকাৰ সাধিবৰ দিনা সি দয়া নকৰিব।
[35] সি কোনো প্ৰকাৰ প্ৰায়শ্চিত্ত গ্ৰাহ্য নকৰিব;
তুমি তাক অনেক ভেঁটি দিলেও সি সন্মত নহব।

বেশ্যাৰ পৰা আঁতৰি থকা ভাল।

**৭** হে মোৰ বোপা, মোৰ বাক্য পালন কৰা,
আৰু মোৰ আজ্ঞাবোৰ তোমাৰ মনত ৰাখা।
[2] মোৰ আজ্ঞা পালন কৰি জীৱনধাৰণ কৰা;
তোমাৰ চকুৰ মণিৰ দৰে মোৰ ব্যৱস্থা ৰাখা।
[3] সেইবোৰ তোমাৰ আঙ্গুলিত বান্ধা,
আৰু তোমাৰ হৃদয়ৰূপ ফলিত লিখি ৰাখা।
[4] তুমি যেন প্ৰজ্ঞা আৰু সুবিবেচনাৰ দ্বাৰায় পৰস্ত্ৰীৰ পৰা,

এনে কি, আপোন বাক্যেরে খুচামোদ কৰোঁতা
ব্যভিচারিণীর পরা রক্ষা পোৱা,
[৫] এই নিমিত্তে প্ৰজ্ঞাক তুমি মোর ভনী,
আৰু সুবিবেচনাক তুমি মোর প্ৰণয়র বন্ধু
বুলি কোৱা।
[৬] কিয়নো ময় আপোন ঘরর খিলিকি দুৱারর
ওচরত থিয় হৈ চিলিঙিয়েদি চাইছিলোঁ;
[৭] তাতে নির্ব্বোধবোরর ভিতরর এটার ওপরত
মোর চকু পড়িল,
যুবকবিলাকর মাজর এজন জ্ঞানশূন্য ডেকাক
ময় দেখিলোঁ।
[৮] দিন ওর পড়িলত,
কৃষ্ণপক্ষর রাতি মাজ নিশার আন্ধারত,
[৯] সি তাই থকা আলিচুকর ওচর পাই,
তাইর ঘরর বাটেদি গৈ আছিল।
[১০] তাতে দেখা, বেশ্যার সাজ পিন্ধা এজনী ধূর্ত্ত-
চিত্তা তিৰুতা তার সম্মুখত উপস্থিত হল।
[১১] তাই দ্বন্দ্বহায় কৰোঁতা আৰু অবাধ্য;
তাইর ভরি ঘরত নেথাকে।
[১২] তাই এতিয়াই আলিত, এতিয়াই চকত উপ-
স্থিত হয়,
আৰু আলির চুকে চুকে বাট চাই থাকে।
[১৩] সেই তিৰুতাই তাক ধরি চুমা খালে;
আৰু নিলাজ মুখেরে তাক কলে,
[১৪] "মোর তাত মঙ্গলার্থক বলিদান করা হৈছে,
আজি ময় আপোন সঙ্কল্প সিদ্ধ করিলোঁ;
[১৫] এই নিমিত্তে ময় তোমাক লগ পাবলৈ,
আৰু অতি আগ্রহেরে তোমার সাক্ষাৎ হবলৈ
বাহিরলৈ আহিছিলোঁ, এতিয়া ময় তোমাক
পালোঁ।
[১৬] ময় আপোন বিচনা ফুল-বচা কাপরেরে,
আৰু মিচরীয়া সূতার গাঁরি দিয়া চাদরেরে
সজালোঁ;
[১৭] ময় গন্ধরস, অগুরু, আৰু দালচিনিরে মোর
শয্যা সুগন্ধযুক্ত করিলোঁ।
[১৮] বলা, আমি রাতিপুৱালৈকে কামরসত মত্ত হওঁ,
আৰু প্রেমত সুখী হওঁ।
[১৯] কিয়নো মানুহটো ঘরত নাই,
দূরৈ বাটলৈ গৈছে;
[২০] ধনর মোনাও লগত লৈ গৈছে,
পূর্ণিমা হলেহে ঘরলৈ আহিব।"
[২১] এই রূপে তাই অনেক মধুর কথারে তাক সম্মত
করালে,
আৰু ওঁঠর খুচামোদী বাক্যেরে তাক ফুচুলাই
লৈ গল।
[২২] যেনেকৈ গরু হত হবলৈ যায়,
বা নির্ব্বোধে শাস্তির অর্থে বেড়ীর বান্ধ খাবলৈ
যায়,
তেনেকৈ সিও তেতিয়াই তাইর পাছে পাছে
গৈ থাকিল;
[২৩] শেষতে বাণে তার কলিজা বিন্ধিব।
ফান্দক প্রাণনাশক বুলি নেজানি,
যেনেকৈ চরাই ফান্দত পড়িবলৈ শীঘ্রে উড়ি
যায়,
তেনেকৈ সিও তাইর পাছে পাছে গৈ
থাকিল।
[২৪] এই হেতুকে এতিয়া হে মোর বোপাহঁত, মোর
কথা শুনা,
আৰু মোর মুখর বাক্যলৈ কাণ পাতা।
[২৫] তোমার চিত্ত তাইর পথলৈ ঢাল নেখাওক,
আৰু তুমি তাইর পথে বিপথগামী নহবা;
[২৬] কিয়নো তাই অনেকক বধ করি পেলালে,
এনে কি, তাই হত্যা করা লোক অতিশয়
অধিক।
[২৭] তাইর ঘরেই চিয়োলর বাট,
আৰু মৃত্যুর অন্তঃপুরলৈ নামি যোৱা পথ।

প্ৰজ্ঞার বর্ণনা আৰু নিমন্ত্রণ।

**৮** প্ৰজ্ঞাই জানো ঘোষণা নকরে?
আৰু সুবুদ্ধিয়ে জানো উচ্চ স্বরেরে নেমাতে?
[২] তেওঁ বাটর কাষর ওখ ওখ ঠাইত,
আৰু চারিমুনি বাটর কাষত থিয় হয়।
[৩] পুরদ্বারর ওচরত নগরর প্রবেশস্থানত,
আৰু দুৱার-মুখত থাকি রিঙিয়াই কয়,
[৪] "হে মনুষ্যবিলাক, ময় তোমালোকক মাতিছোঁ;
মনুষ্য-সন্তানবিলাকলৈ মোর কথা এই,
[৫] হে নির্ব্বোধবিলাক, বুদ্ধি লোৱা,
হে অজ্ঞানবিলাক, তোমালোক জ্ঞানী হোৱা
[৬] শুনা, কিয়নো ময় উত্তম কথা কওঁ,
আৰু মোর মুখর বাক্য ন্যায়;
[৭] কিয়নো মোর মুখে সত্য কয়,
আৰু দুষ্টতা মোর ওঁঠর ঘিণলগীয়া

[8] মোর মুখর সকলো কথাই ধর্ম্মময়;
সেইবোরর মাজত বেঁকাবেঁকি, কি কুটিল, একোৱেই নাই।
[9] বুদ্ধিমানর আগত সেই সকলোৱেই সুস্পষ্ট,
আরু জ্ঞান লাভ করা লোকর আগত যথার্থ।
[10] রূপত্‌কৈ মোর শিক্ষা গ্রহণ করা,
আরু বাচি লোৱা সোণত্‌কৈয়ো জ্ঞান গ্রাহ্য করা।
[11] কিয়নো প্রজ্ঞা পদ্মরাগত্‌কৈয়ো উত্তম,
কোনো ইষ্ট বস্তুকে তার লগত তুলনা করিব নোৱারি।
[12] ময় প্রজ্ঞাই সুবুদ্ধিয়ে সৈতে বাস করোঁ,
আরু কার্য্যনির্ব্বাহক জ্ঞান লাভ করোঁ।
[13] যিহোৱাক ভয় করায়েই দুষ্টতাক ঘিণ করা হয়;
ময় অহঙ্কার, দম্ভ, কুপথ, আরু কুটিল মুখ ঘিণ করোঁ।
[14] সুকল্পনা আরু বুদ্ধি-কৌশল মোরেই;
ময়েই বুদ্ধি, মোরেই পরাক্রম;
[15] মোর দ্বারায়েই রজাবিলাকে রাজত্ব করে,
আরু অধিপতিবিলাকে ধর্ম্মবিধি স্থাপন করে।
[16] শাসনকর্ত্তা আরু ডাঙরীয়াবিলাকে,
এনে কি, পৃথিবীর সকলো বিচারকর্ত্তাবিলাকে মোর দ্বারায়েই শাসন করে।
[17] যিবিলাকে মোক প্রেম করে, ময়ো সিবিলাকক প্রেম করোঁ,
আরু যিবিলাকে মোক যত্নেরে বিচারে, সিবিলাকেই মোক পায়।
[18] ঐশ্বর্য্য আরু মান-মর্য্যাদা মোর লগতে আছে,
এনে কি, অক্ষয় সম্পত্তি আরু ধার্ম্মিকতা আছে।
[19] সোণত্‌কৈ আরু নির্ম্মল সুবর্ণত্‌কৈয়ো মোর ফল উত্তম,
বাচি লোৱা রূপত্‌কৈয়ো ময় দিয়া লাভ উত্তম।
[20] মোক প্রেম করোঁতাবিলাকক ঐশ্বর্য্যশালী করিবলৈ,
আরু সিবিলাকর ভঁৰালবোর পরিপূর্ণ করিবলৈ
[21] ময় ধার্ম্মিকতার পথত চলোঁ,
আরু সুবিচারর পথত ফুরোঁ।
[22] যিহোৱাই আপোনার কার্য্যর আরম্ভনতে,
তেওঁর কার্য্যবোরর আগেয়ে কালর পূর্ব্বরে পরা মোক অধিকার করি ললে।
[23] অনাদি কালরে পরা, পূর্ব্বকালরে পরা,
পৃথিবীর উদ্ভব নৌ হওঁতেই ময় স্থাপিত হৈ আছোঁ।
[24] যেতিয়া অগাধ জলসমূহ হোৱা নাই,
যেতিয়া পানীরে পূর হোৱা ভুমুকবোর হোৱা নাই, তেতিয়াই ময় জন্মিলোঁ।
[25] যি সময়ত তেওঁ মাটি, পথার,
কি জগতর ধূলির কণিকাসমূহ নির্ম্মাণ করা নাই,
[26] সেই সময়ত পর্ব্বতবোর নৌ বহুৱাওঁতেই,
গিরিবোরর পূর্ব্বেই ময় জন্মিলোঁ।
[27] তেওঁ আকাশ-মণ্ডল স্থাপন করা কালতো ময় সেই ঠাইত আছিলোঁ;
যেতিয়া তেওঁ অগাধ জলর পিঠিত চক্রাকার সীমা নিরূপণ করিলে,
[28] যেতিয়া তেওঁ উৰ্দ্ধত থকা মেঘ দৃঢ় করিলে,
যেতিয়া অগাধ জলর ভুমুকবোর প্রবল হল,
[29] আরু জলে তেওঁর আজ্ঞা উল্লঙ্ঘন নকরিবর নিমিত্তে
তেওঁ সমুদ্রর সীমা স্থাপন করিলে,
আরু পৃথিবীর মূল নিরূপণ করিলে,
[30] তেতিয়াই ময় তেওঁর লগত প্রধান কার্য্যকারিণী আছিলোঁ,
আরু ময় বাস-যোগ্য তেওঁর পৃথিবীত আনন্দ করি,
[31] তেওঁর আগত সদায় রঙ্গ করি তেওঁর দৈনিক সন্তোষ-দায়ীকা দাসী আছিলোঁ;
আরু মনুষ্য-সন্তানবিলাকত মোর হর্ষ হৈছিল।
[32] এই হেতুকে হে মোর বোপাইঁত, তোমালোকে এতিয়া মোর কথা শুনা;
কিয়নো যিবিলাকে মোর পথত চলে, সিবিলাক ধন্য।
[33] তোমালোকে শিক্ষা মানি জ্ঞানবান হোৱা,
তাক অগ্রাহ্য নকরিবা।
[34] যি মানুহে মোর দুৱারর ওচরত দিনে দিনে পর দি,
আরু মোর দুৱারর খুঁটার গুরিত বাট চাই থাকি মোর কথা শুনে,
সেই জনেই ধন্য।

৩৫ কিয়নো যি জনে মোক পায়, সেই জনে জীৱনো পায়,
আৰু যিহোৱাৰ অনুগ্ৰহ লাভ কৰে;
৩৬ কিন্তু যি জনে মোৰ বিৰুদ্ধে পাপ কৰে, সি আপোন প্ৰাণ হানি কৰে,
আৰু যিবিলাকে মোক ঘিণ কৰে, সেই সকলোৱে মৃত্যু ভাল পায়।"

প্ৰজ্ঞাই পতা ভোজ।

**৯** প্ৰজ্ঞাই আপোনাৰ সাতোটা স্তম্ভ কাটি আপোনাৰ গৃহ নিৰ্ম্মাণ কৰিলে।
২ তেওঁ আপোনাৰ পশু মাৰিলে, দ্ৰাক্ষাৰস যুগুত কৰিলে,
তেওঁ আপোনাৰ মেজ সজালে।
৩ তেওঁ আপোনাৰ দাসীবিলাকক পঠাই,
নগৰৰ ওখ ঠাইবোৰৰ পৰা নিমন্ত্ৰণ কৰি ৰিঙোৱাই কোৱায়,
৪ "যি নিৰ্ব্বোধ, সি ইয়ালৈ আহোক,"
আৰু জ্ঞানশূন্যক হলে তেওঁ কয়,
৫ "আহাঁ, মোৰ খাদ্য দ্ৰব্য ভোজন কৰাহি,
আৰু মোৰ মিশ্ৰিত দ্ৰাক্ষাৰস পান কৰাহি।
৬ নিৰ্ব্বোধইঁতৰ লগ এৰি জীৱনধাৰণ কৰা,
আৰু সুবুদ্ধিৰ পথত চলা।
৭ যি মানুহে নিন্দকক শিক্ষা দিয়ে, সি অপমান পায়,
আৰু যি মানুহে দুষ্টক অনুযোগ কৰে, সি কলঙ্ক পায়।
৮ তুমি নিন্দকক অনুযোগ নকৰিবা, কৰিলে সি তোমাক ঘিণ কৰিব;
জ্ঞানবানকেই অনুযোগ কৰা, তাতে সি তোমাক প্ৰেম কৰিব।
৯ জ্ঞানবানক উপদেশ দিয়া, তাতে সি আৰু জ্ঞানী হব;
ধাৰ্ম্মিকক শিক্ষা দিয়া, তাতে সি বিদ্যাত বৃদ্ধি পাব।
১০ যিহোৱালৈ ভয় ৰখাই প্ৰজ্ঞাৰ আৰম্ভন,
আৰু পবিত্ৰ জনাক জনাই সুবিবেচনা।
১১ কিয়নো মোৰ দ্বাৰায়েই তোমাৰ আয়ুস দীঘল হব,
আৰু তোমাৰ জীৱনৰ বছৰ কেইটা বাঢ়ি যাব।
১২ তুমি জ্ঞানবান হলে, নিজৰ মঙ্গলৰ অৰ্থেহে জ্ঞানবান হবা,
আৰু নিন্দক হলে, অকলেই তাৰ ভাৰ ববা।"

অজ্ঞানী তিৰুতাই কৰা নিমন্ত্ৰণ।

১৩ অজ্ঞানী তিৰুতা দ্বন্দুৰী;
তাই নিৰ্ব্বোধ, একোকে নেজানে।
১৪ তাইৰ ওচৰেদি পোনে পোনে যোৱা পথিকবিলাকক মাতিবৰ অৰ্থে,
১৫ তাই আপোনাৰ ঘৰৰ দুৱাৰ-মুখত, বা নগৰৰ ওখ ওখ ঠাইত
আসন পাতি বহি এই ৰূপে কয়,
১৬ "যি নিৰ্ব্বোধ, সি এই ঠাইলৈ আহোক,"
১৭ আৰু জ্ঞানশূন্যক হলে তাই কয়, "চুৰ কৰা পানী মিঠা,
আৰু গুপুতে খোৱা আহাৰ অতি সুস্বাদু"।
১৮ কিন্তু মৃতবিলাক যে তাত থাকে,
আৰু তাইৰ নিমন্ত্ৰিত লোকবিলাক যে চিয়োলৰ গভীৰ ঠাইত আছে,
তাক সেই লোকে নেজানে।

নানাবিধ নীতি-বাক্য।

**১০** চলোমনৰ নীতি-বাক্য।

১ জ্ঞানবান পুত্ৰই পিতৃক আনন্দিত কৰে;
কিন্তু অজ্ঞান পুত্ৰ আপোন মাতৃৰ খেদজনক।
২ দুষ্টতাৰে অৰ্জ্জা ধন-সম্পত্তি অনুপকাৰী;
কিন্তু ধাৰ্ম্মিকতাই মৃত্যুৰ পৰা উদ্ধাৰ কৰে।
৩ যিহোৱাই ধাৰ্ম্মিকৰ প্ৰাণ ভোকত থাকিবলৈ নিদিয়ে;
কিন্তু তেওঁ দুষ্টবোৰৰ বাঞ্ছা পূৰ নকৰে।
৪ লেহেম হাতেৰে কাম কৰা মানুহ দৰিদ্ৰ হৈ পৰে,
কিন্তু পৰিশ্ৰমী জনৰ হাতে আপোনাকে ধনবান কৰে।
৫ ঘামকালত চপোৱা জন বুদ্ধিমান পুত্ৰ;
কিন্তু শস্য দাবৰ সময়ত টোপনিত থকা জন লাজ দিওঁতা পুত্ৰ।
৬ ধাৰ্ম্মিক জনৰ মূৰত নানা আশীৰ্ব্বাদ পৰে;
কিন্তু দুষ্টবোৰৰ মুখ হলে অত্যাচাৰে ঢাকে।
৭ ধাৰ্ম্মিক জনৰ স্মৃতি আশীৰ্ব্বাদৰ বিষয়;

কিন্তু দুষ্টবোরর নাম গেলি যায়।
৮ জ্ঞানী মনর লোকে আজ্ঞা পালন করে;
কিন্তু কথাবাহী মূর্খ লোক পতিত হয়।
৯ যি জনে সিদ্ধতারূপ পথত গমন করে, সি নির্ভয়ে চলে;
কিন্তু কুটিল আচরণ করোঁতা লোকক চিনা যাব।
১০ চকুরে ইঙ্গিত করা জনে দুঃখ দিয়ে;
কিন্তু কথাবাহী মূর্খ লোক পতিত হয়।
১১ ধার্ম্মিক জনর মুখ জীবনর ভুমুকস্বরূপ;
কিন্তু দুষ্টবোরর মুখ হলে অত্যাচারে ঢাকে।
১২ হিংসা বিবাদ জন্মাওঁতা;
কিন্তু প্রেমে সকলো বিধ অপরাধ ঢাকে।
১৩ সুবিবেচকর ওঁঠত প্রজ্ঞা পোরা যায়;
কিন্তু জ্ঞানশূন্য লোকর পিঠিত চেকনি দিয়া হয়।
১৪ জ্ঞানী লোকে জ্ঞান সাঁচে;
কিন্তু অজ্ঞানর মুখ সাক্ষাৎ আপদস্বরূপ।
১৫ ধনবানর ধন-সম্পত্তিয়েই তার দৃঢ় নগর;
কিন্তু দরিদ্রবিলাকর দরিদ্রতাই সিহঁতর সর্ব্বনাশ।
১৬ ধার্ম্মিকর শ্রম জীবনদায়ক;
কিন্তু দুর্জ্জনর উপার্জ্জন পাপজনক।
১৭ যি জনে শিক্ষা মানে, সি জীবনর পথত চলে;
কিন্তু যি জনে অনুযোগ অবহেলা করে, সি ভুলত পড়ে।
১৮ যি জনে হিংসা ঢাকি রাখে, সি মিছলীয়া ওঁঠর মানুহ,
আরু যি কোনোৱে কথা লগাই ফুরে, সি অজ্ঞান।
১৯ অধিক বাক্যত অপরাধর অভাব নাই;
কিন্তু যি জনে আপোনার ওঁঠক দমন করে, সি বুদ্ধিমান।
২০ ধার্ম্মিকর জিবা মনোনীত রূপস্বরূপ;
কিন্তু দুষ্টবোরর চিত্ত অকামিলা।
২১ ধার্ম্মিকর ওঁঠে অনেকক প্রতিপালন করে;
কিন্তু অজ্ঞানবোরে বুদ্ধির অভাবত প্রাণত্যাগ করে।
২২ যিহোৱার আশীর্ব্বাদে ধনবান করে,
আরু তেওঁ তার লগত মনর দুঃখ যোগ নকরে।
২৩ অজ্ঞানর মানত কুকর্ম্ম কৌতুকস্বরূপ;
কিন্তু বুদ্ধিমানর বিবেচনাত প্রজ্ঞা কৌতুকস্বরূপ।
২৪ দুষ্ট লোকে যিহলৈ ভয় করে, সেয়ে তালৈ ঘটে;
কিন্তু ধার্ম্মিকর বাঞ্ছা সিদ্ধ হয়।
২৫ ধুমুহা আহিলে দুষ্ট লোক নাইকিয়া হয়;
কিন্তু ধার্ম্মিক চিরস্থায়ী ভিত্তিমূলস্বরূপ।
২৬ দাঁতর পক্ষে টেঙা, আরু চকুর পক্ষে ধূঁৱা যেনেকুৱা,
পঠোৱাবিলাকর পক্ষে এলেহুৱাও তেনেকুৱা।
২৭ যিহোৱাবিষয়ক ভয়ে আয়ুস বৃদ্ধি করে;
কিন্তু দুষ্টবোরর বছর কেইটা কম করা যায়।
২৮ ধার্ম্মিকবিলাকর আশা আনন্দজনক;
কিন্তু দুষ্টবোরর প্রত্যাশা নষ্ট হব।
২৯ যিহোৱার পথ সিদ্ধ লোকলৈ দৃঢ় দুর্গস্বরূপ;
কিন্তু দুরাচারীবোরলৈ সেয়ে সর্ব্বনাশস্বরূপ।
৩০ ধার্ম্মিক লোক কোনো কালেও লরচর নহব;
কিন্তু দুষ্টবোরে দেশত নিবাস নকরিব।
৩১ ধার্ম্মিকবিলাকর মুখর পরা প্রজ্ঞা ওলায়;
কিন্তু কুটিল জিবা কাটি পেলোৱা হব।
৩২ ধার্ম্মিক লোকর ওঁঠে, গ্রহণীয় কি, তাক জানে;
কিন্তু দুষ্টবোরর মুখে কুটিল কথা কয়।

**১১** মিছা পাল্লা যিহোৱার আগত ঘিণলগীয়া;
কিন্তু ঠিক ডগা তেওঁর সন্তোষজনক।
২ অহঙ্কার আহিলে, অপমানো আহে;
কিন্তু প্রজ্ঞা নম্র লোকর সঙ্গী।
৩ সরল লোকর সিদ্ধতাই সিবিলাকর পথদর্শক;
কিন্তু বিশ্বাস-ঘাতকবোরর কুটিলতাই সিহঁতক বিনষ্ট করে।
৪ ক্রোধর দিনা ধন-সম্পত্তি অনুপকারী;
কিন্তু ধার্ম্মিকতাই মৃত্যুর পরা উদ্ধার করে।
৫ সিদ্ধ জনর ধার্ম্মিকতাই তার পথ সমান করে;
কিন্তু দুষ্ট আপোন দুষ্টতার দ্বারায় পতিত হয়।
৬ সরলবিলাকর ধার্ম্মিকতাই সিবিলাকক উদ্ধার করে;
কিন্তু বিশ্বাস-ঘাতকবোর আপোন লোভতে ধরা পড়ে।
৭ দুষ্ট মানুহ মরিলে তার প্রত্যাশা বিনষ্ট হয়;
আরু অধর্ম্মীবোরর আশা নষ্ট পায়।
৮ ধার্ম্মিক লোকে সঙ্কটর পরা রক্ষা পায়;

কিন্তু তুষ্ট তার ঠাইত পড়েগৈ।
[9] অধৰ্ম্মীয়ে আপোন মুখেরে ওচর-চুবুরীয়াক নষ্ট করে;
কিন্তু ধাৰ্ম্মিকবিলাকে জ্ঞানর দ্বারায় রক্ষা পায়।
[10] ধাৰ্ম্মিক লোকর মঙ্গল হলে নগরখনেই উল্লাসিত হয়;
আরু দুষ্টবোরর বিনাশ হলে আনন্দ-ধ্বনি হয়।
[11] সরলবিলাকর আশীৰ্ব্বাদত নগরখনর উন্নতি হয়
কিন্তু দুষ্টবোরর মুখর দ্বারায় সেয়ে উচ্ছন্ন হয়।
[12] ওচর-চুবুরীয়াক তুচ্ছ করা জন জ্ঞানশূন্য;
কিন্তু বিবেচক নিমাতে থাকে।
[13] পরচৰ্চ্চাকারীয়ে গুপুত কথা প্রকাশ করে;
কিন্তু বিশ্বাসী মনর লোকে কথা লুকুৱাই রাখে।
[14] সুশাসনর অভাৱত প্রজার পতন হয়;
কিন্তু মন্ত্রীর বাহুল্যত প্রজার রক্ষা হয়।
[15] যি জনে অচিনাকী লোকর জামিন হয়, সি অৱশ্যে ক্লেশ পাব;
কিন্তু যি জনে জামিন হোৱা ঘিণ করে, সি নিরাপদে থাকে।
[16] যেনেকৈ পরাক্রমী লোকে আপোনার ধন-সম্পত্তি ধরি রাখে,
তেনেকৈ মৰ্য্যাদাপন্না সন্তোষদায়ীকা স্ত্রীয়ে আপোন সতীত্ব রক্ষা করে।
[17] দয়ালু লোকে আপোন প্রাণর উপকার করে;
কিন্তু নিৰ্দ্দয়াই আপোন শরীরক কষ্ট দিয়ে।
[18] দুষ্টই মিছা উপাৰ্জ্জন করে;
কিন্তু ধাৰ্ম্মিকতারূপ গুটি বওঁতাই প্রকৃত পুরস্কার পায়।
[19] যি জনে ধাৰ্ম্মিকতাত থিরে থাকে, সি জীৱন লাভ করে;
কিন্তু যি জনে দুষ্টতার অনুগমন করে, সি আপোনার মৃত্যুর অর্থেহে তাকে করে।
[20] কুটিল মনর লোক যিহোৱার ঘিণলগীয়া;
কিন্তু যিবিলাক আচরণ-ব্যৱহারত সিদ্ধ, সিবিলাক তেওঁর প্রিয়।
[21] দুষ্টবোরে হাতত ধরাধরিকৈ থাকিলেও, দণ্ড নোপোৱাকৈ নেথাকিব;
কিন্তু ধাৰ্ম্মিকবিলাকর বংশই উদ্ধার পাব।
[22] গাহরির নাকত সোণর নথ যেনে,
সুবিবেচনা নথকা সুন্দরী স্ত্রীও তেনে।
[23] ধাৰ্ম্মিক লোকর বাঞ্ছা কেৱল হিতকারী;
কিন্তু দুষ্টবোরর আশাত ক্রোধহে জন্মে।
[24] কোনো কোনোৱে বিলাই দিলেও তার বৃদ্ধিহে হয়,
আরু কোনো কোনোৱে দিব লগীয়াখিনি আটক করিও কেৱল দরিদ্রতাহে পায়।
[25] দানশীল প্রাণী পরিতৃপ্ত হয়,
আরু পানী ছটিয়াওঁতা জনে নিজেও পানীর ছাটি পায়।
[26] যি মানুহে শস্য আটক করি রাখে, লোকবিলাকে তাক শাও দিয়ে;
কিন্তু যি জনে বেচে, তার মূরত আশীৰ্ব্বাদ পড়ে।
[27] যি জনে যত্নেরে ভাললৈ চেষ্টা করে, সি অনুগ্রহলৈ চেষ্টা করে;
কিন্তু যি জনে অপকারলৈ কাৰ্ব্বার করে, সেয়ে তার নিজলৈকে ঘটে।
[28] যি জনে আপোনার ধন-সম্পত্তিত নির্ভর করে, সি পতিত হয়;
কিন্তু ধাৰ্ম্মিকবিলাক কেঁচা পাতর দরে জক্মকায়।
[29] যি মানুহে নিজ পরিয়ালক দুঃখ দিয়ে, সি বায়ুরূপ আধিপত্য পায়,
আরু অজ্ঞান লোক বুদ্ধিমানর দাস হয়।
[30] ধাৰ্ম্মিকর ফল জীৱনদায়ক বৃক্ষস্বরূপ,
আরু যি জনে আনর আত্মা লাভ করে, সেই জনেই জ্ঞানৱান।
[31] দেখা, পৃথিবীত ধাৰ্ম্মিক লোকেও প্রতিফল পায়,
তেন্তে কিমান অধিক পরিমাণে দুৰ্জ্জন আরু পাপীয়ে পাব!

**১২** যি জনে শিক্ষা ভাল পায়, সি জ্ঞানকো ভাল পায়;
কিন্তু যি জনে অনুযোগ ঘিণ করে, সি পশুতুল্য।
[2] উত্তম লোকে যিহোৱার পরা অনুগ্রহ পায়;
কিন্তু কুকল্পনা করোঁতাক তেওঁ দোষী করে।
[3] মানুহ দুষ্টতার দ্বারায় সুস্থির নহয়;
কিন্তু ধাৰ্ম্মিকর মূল লরচর নহব।

৪ গুণৱতী স্ত্রী স্বামীর মুকুটস্বরূপ ;
কিন্তু লাজ দিওঁতা তিরুতা তেওঁর অস্থি ক্ষয়-কারিণী যেন হয়।
৫ ধার্ম্মিকবিলাকর সঙ্কল্পবোর ন্যায় ;
কিন্তু দুষ্টবোরর মন্ত্রণা ছল মাথোন।
৬ রক্তপাত করিবলৈ খাপ দিয়ার বিষয়ে দুষ্টইঁতে কথা পাতে ;
কিন্তু সরলবিলাকর মুখে আপোনাবিলাকক রক্ষা করে।
৭ দুষ্টবোর বিনষ্ট হৈ নাইকিয়া হয় ;
কিন্তু ধার্ম্মিকবিলাকর ঘর-বারী থিরে থাকে।
৮ মনুষ্যই আপোন বুদ্ধি-কৌশল অনুসারে প্রশংসা পায় ;
কিন্তু কুটিল মনর লোক তুচ্ছনীয় হব।
৯ দাস থকা সামান্য লোক
খাবলৈ নাইকিয়া আত্মগর্ব্বী লোকতকৈ উত্তম।
১০ ধার্ম্মিক লোকে আপোন পশুর প্রাণলৈ চিন্তা-করে ;
কিন্তু দুষ্টবোরর দয়া নিষ্ঠুরতাযুক্ত।
১১ যি মানুহে আপোনার মাটি চহায়, সি জোরাওকৈ আহার পায় ;
কিন্তু যি মানুহ অসার লোকবিলাকর অনুগামী, সি জ্ঞানশূন্য।
১২ দুষ্টই দুর্জ্জনবোরর জাললৈ ইচ্ছা করে ;
কিন্তু ধার্ম্মিকবিলাকর মূল ফলদায়ক।
১৩ দুর্জ্জনর মুখর অপরাধত আপোনালৈ ফান্দ থাকে ;
কিন্তু ধার্ম্মিক সঙ্কটর পরা সারে।
১৪ মানুহে আপোনার মুখর ফলর দ্বারায় মঙ্গলত তৃপ্ত হয়,
আরু মানুহর হাতে করা কর্ম্মর ফল তালৈ হয়।
১৫ অজ্ঞানর পথ তার নিজর দৃষ্টিত সরল ;
কিন্তু জ্ঞানী জনে পরামর্শ শুনে।
১৬ অজ্ঞানর বেজার একেবারে প্রকাশিত হয় ;
কিন্তু বুদ্ধিমান লোকে অপমান ঢাকি থয়।
১৭ যি সত্যবাদী, সি ন্যায় কথা প্রকাশ করে ;
কিন্তু মিছা সাক্ষীয়ে প্রবঞ্চনার কথাহে কয়।
১৮ কোনো কোনোৱে অবিবেচনারূপে অস্ত্রাঘাত-স্বরূপ কথা কয় ;
কিন্তু জ্ঞানবানবিলাকর জিবা সুস্থজনক।
১৯ সত্যবাদী ওঁঠ সদাকাললৈকে থিরে থাকে ;
কিন্তু মিছা কোৱা জিবা খন্তেকীয়া।
২০ কুকল্পনা করোঁতাবোরর মনত ছল থাকে ;
কিন্তু শান্তির পরামর্শ দিওঁতাবিলাকর আনন্দ হয়।
২১ ধার্ম্মিক জনলৈ কোনো আপদ নঘটে ;
কিন্তু দুষ্টবোর দুর্গতিরে পরিপূর্ণ হয়।
২২ মিছা কোৱা ওঁঠ যিহোৱার ঘিণলগীয়া ;
কিন্তু সত্য আচরণ করোঁতাবিলাক তেওঁর প্রিয়।
২৩ বুদ্ধিমান লোকে জ্ঞান লুকুৱাই রাখে ;
কিন্তু অজ্ঞানবোরর মনে অজ্ঞানতা প্রকাশ করে।
২৪ পরিশ্রমীবিলাকর হাতে প্রভুত্ব করিবলৈ পায় ;
কিন্তু এলেহুৱা লোকক ভারী ধরা যায়।
২৫ মানুহর মনর দুঃখে মনক নত করে ;
কিন্তু মঙ্গলর বাক্যই তাক আনন্দিত করে।
২৬ ধার্ম্মিক লোক পরর পথদর্শক হয় ;
কিন্তু দুষ্টবোরর পথে আপোনাবিলাকক ভ্রান্ত করে।
২৭ এলেহুৱাই মৃগয়াত ধরা পশু পাক নকরে ;
কিন্তু পরিশ্রমী লোকে মানুহর বহুমূল্য বস্তু লাভ করে।
২৮ ধার্ম্মিকতার পথত জীৱন থাকে,
আরু তার গমনর পথত মৃত্যু নাই।

**১৩** জ্ঞানবান পুত্রই পিতৃর কথা শুনে ;
কিন্তু নিন্দকে অনুযোগলৈ কাণ নিদিয়ে।
২ মানুহে আপোনার মুখর ফলর দ্বারায় মঙ্গল ভোগ করে ;
কিন্তু বিশ্বাস-ঘাতকবোরর প্রাণে অত্যাচার ভোগ করে।
৩ যি মানুহে আপোনার মুখ চম্ভালে, সি আপোন প্রাণ রক্ষা করে ;
কিন্তু কথা কবলৈ যি কোনোৱে মুখ বহলকৈ মেলে, তার সর্ব্বনাশ হয়।
৪ এলেহুৱার প্রাণে ইচ্ছা করিও একো নেপায় ;
কিন্তু পরিশ্রমীবিলাকর প্রাণ পরিতৃপ্ত হয়।
৫ ধার্ম্মিক জনে মিছা কথা ঘিণ করে ;
কিন্তু দুষ্ট লোকে ঘৃণনীয় আরু লজ্জাজনক কার্য্য করে।

কলোঁ, ই বলীয়া ; আৰু আনন্দৰ বিষয়ে কলোঁ, ই কি কৰিব পাৰে? [3] আকাশৰ তলত মনুষ্যৰ সন্তানবিলাকে আপোনাবিলাকৰ জীৱনৰ সকলো কালত কি কি কৰা সিবিলাকৰ নিমিত্তে ভাল, তাক ময় দেখা নেপাওঁমানে, মোৰ মনে মোক প্ৰজ্ঞাৰ দ্বাৰায় চলাওঁতে কি ৰূপে দ্ৰাক্ষাৰসেৰে শৰীৰ ভালে ৰাখিম, আৰু কি ৰূপে অজ্ঞানতা অৱলম্বন কৰিম, তাক ময় আপোন মনতে বিচাৰ কৰিলোঁ। [4] ময় নিজৰ নিমিত্তে মহৎ মহৎ কাৰ্য্য কৰিলোঁ, ময় নিজৰ নিমিত্তে ঠায়ে ঠায়ে ঘৰ সাজিলোঁ, আৰু নিজৰ নিমিত্তে ঠায়ে ঠায়ে দ্ৰাক্ষা-বাৰী পাতিলোঁ ; [5] ময় নিজৰ নিমিত্তে ঠায়ে ঠায়ে উদ্যান আৰু উপবন কৰি, সেইবোৰৰ মাজত সকলো বিধৰ গুটি লগা গছ ৰুলোঁ ; [6] আৰু বৃক্ষ উৎপন্ন হোৱা বাৰীত পানী দিবলৈ ময় ঠায়ে ঠায়ে পুখুৰি খানিলোঁ ; [7] ময় অনেক বন্দীবেটী কিনি ললোঁ, আৰু মোৰ ঘৰত ওপজা দাস আছিল ; মোৰ আগেয়ে যিৰূচালেমত যিবিলাক আছিল, সেই সকলোবিলাকতকৈ মোৰ গৰু মেৰ আদি পশুৰ জাকো অধিক আছিল ; [8] ময় নিজৰ নিমিত্তে ৰূপ, সোণ, আৰু ৰজাবিলাকৰ ও নানা প্ৰদেশৰ বিশেষ বিশেষ বহুমূল্য বস্তু গোটালোঁ ; আৰু ময় মোৰ নিমিত্তে গায়ক-গায়িকা, আৰু মানুহৰ সন্তানবিলাকক সন্তোষ দিওঁতা অনেক অনেক উপপত্নী পালোঁ। [9] এই ৰূপে ময় মহান হলোঁ, আৰু মোৰ আগেয়ে যিবিলাক যিৰূচালেমত আছিল, সেই সকলোবিলাকতকৈ ময় অতি ঐশ্বৰ্য্যশালী হলোঁ ; আৰু প্ৰজ্ঞাও মোৰ লগত থাকিল। [10] আৰু মোৰ চকুৱে যিহলৈ ইচ্ছা কৰিলে, ময় তাক তাৰ পৰা আঁতৰাই নেৰাখিলোঁ ; ময় মোৰ মনক কোনো আনন্দৰ পৰা আটক নকৰিলোঁ, কিয়নো মোৰ সকলো পৰিশ্ৰমৰ কাৰণে মোৰ মনে আনন্দলাভ কৰিলে ; আৰু মোৰ সকলো পৰিশ্ৰমত পোৱা এয়ে মোৰ অংশ হল। [11] তেতিয়া, মোৰ হাতে যি যি কাৰ্য্য কৰিলে, আৰু যি যি কাৰ্য্য কৰিবলৈ ময় পৰিশ্ৰম কৰিলোঁ, তাকে চাই দেখিলোঁ, যে, সেই সকলো অসাৰ, আৰু বতাহক ধৰিবলৈ চেষ্টা কৰা মাত্ৰ ; সূৰ্য্যৰ তলত একোৱেই লাভ নাই।

[12] পাছে ময় প্ৰজ্ঞা, আৰু পাগলামি ও অজ্ঞানতা চাবলৈ মন কৰিলোঁ ; কিয়নো ৰজাৰ পাছত যি মানুহ আহিব, তেওঁ কি কৰিব? আগেয়ে যি কৰা গৈছিল, তাকেহে মাত্ৰ কৰিব। [13] তাতে ময় দেখিলোঁ, যে, অন্ধকাৰতকৈ পোহৰ যিমান উত্তম, অজ্ঞানতকৈ প্ৰজ্ঞা সিমান উত্তম। [14] জ্ঞানী মানুহৰ মূৰত চকু থাকে, কিন্তু অজ্ঞান লোকে হলে অন্ধকাৰত ভ্ৰমণ কৰে ; তথাপি, সকলোলৈকে একে ঘটনা ঘটে, ইয়াকে ময় বুজিলোঁ। [15] তেতিয়া ময় মনতে কলোঁ, অজ্ঞানলৈ যেনে ঘটে, মোলৈকো তেনে ঘটিব ; তেনে হলে ময় কি কাৰণে অধিক জ্ঞানী হলোঁ? পাছে ময় মনতে কলোঁ, ইও অসাৰ। [16] কিয়নো অজ্ঞানৰ দৰে জ্ঞানীৰো সোঁৱৰণ চিৰকাললৈকে নেথাকে ; কাৰণ ভবিষ্যত কালত কেতিয়াবাৰ পৰাই সকলোকে পাহৰা যাব। [17] জ্ঞানী কেনেকৈ মৰে? অজ্ঞানৰ দৰে। এই হেতুকে জীৱনত মোৰ ঘিণ লাগিল, কাৰণ সূৰ্য্যৰ তলত যি কৰা যায়, সেই কাৰ্য্য মোৰ পক্ষে দুঃখজনক ; কিয়নো সকলোৱেই অসাৰ, আৰু বতাহক ধৰিবলৈ চেষ্টা কৰা মাত্ৰ।

[18] সূৰ্য্যৰ তলত ময় যি যি পৰিশ্ৰম কৰিলোঁ, সেই সকলো পৰিশ্ৰমত মোৰ ঘিণ লাগিল ; কিয়নো ময় তাৰ ফল মোৰ পাছৰ লোকৰ নিমিত্তে থৈ যাব লাগিব। [19] সেই জন জ্ঞানী হব, বা অজ্ঞান হব, তাক কোনে জানে? তথাপি, ময় সূৰ্য্যৰ তলত যিহত পৰিশ্ৰম কৰি জ্ঞান দেখুৱালোঁ, সেইবোৰ পৰিশ্ৰমৰ ফলৰ গৰাকী সেই জনেই হব। ইও অসাৰ। [20] এই হেতুকে, ময় সূৰ্য্যৰ তলত যি যি পৰিশ্ৰম কৰিলোঁ, ময় ঘূৰি সেই সকলো পৰিশ্ৰমৰ বিষয়ে মোৰ মনক নিৰাশ হবলৈ দিলোঁ। [21] কিয়নো কোনো মানুহে প্ৰজ্ঞা, জ্ঞান, আৰু নিপুণতাৰে পৰিশ্ৰম কৰে ; তথাপি, যি মানুহে তাত কোনো পৰিশ্ৰম কৰা নাই, সেই জনকেই তাৰ অধিকাৰ বুলি তাক সোধাই দিব লগীয়া হয়। [22] ইও অসাৰ আৰু মহা-আপদ। কাৰণ সূৰ্য্যৰ তলত মানুহে যি যি পৰিশ্ৰম কৰে, সেই সকলো পৰিশ্ৰমত আৰু মনৰ আগ্ৰহত সি কি লাভ পায়? [23] কিয়নো তাৰ সকলো দিন কেৱল

ক্লেশযুক্ত, আৰু তাৰ ব্যৱসায় বেজাৰ দিওঁতা ; এনে কি, ৰাতিও তাৰ মনে শান্তি নেপায়। ইও অসাৰ।

[২৪] ভোজন-পান কৰাত্‌কৈ আৰু আপোন পৰিশ্ৰমত আপোনাৰ মনক সুখ ভোগ কৰোৱাত্‌কৈ মানুহৰ পক্ষে কোনো উত্তম নাই। ময় দেখিলোঁ, যে, ইও ঈশ্বৰৰ হাতৰ পৰাহে হয়। [২৫] কিয়নো মোত্‌কৈ কোনে অধিক ভোজন আৰু অধিক সুখভোগ কৰিব পাৰে ? [২৬] কাৰণ যি মানুহ ঈশ্বৰৰ দৃষ্টিত উত্তম, তাক তেওঁ প্ৰজ্ঞা, জ্ঞান, আৰু আনন্দ দিয়ে ; কিন্তু তেওঁ পাপীক হলে, ঈশ্বৰৰ দৃষ্টিত যি মানুহ উত্তম তাক দিবৰ নিমিত্তে ধন সাঁচিবৰ আৰু গোটাবৰ ব্যৱসায় দিছে। ইও অসাৰ, আৰু বতাহক ধৰিবলৈ চেষ্টা কৰা মাত্ৰ।

সকলোৱেই ঈশ্বৰৰ ইচ্ছাৰ অধীন। মানুহ আৰু পশু উভয় সমান।

৩ প্ৰত্যেক বিষয়ৰেই এক এক কাল আছে, আকাশৰ তলত প্ৰত্যেক অভিপ্ৰায়ৰ বিশেষ বিশেষ সময় আছে। [২] জন্মিবৰ সময় আৰু মৰিবৰ সময়, ৰুবৰ সময় আৰু ৰোৱা উঘালিবৰ সময়, [৩] বধ কৰিবৰ সময় আৰু সুস্থ কৰিবৰ সময়, ভাঙিবৰ সময় আৰু সাজিবৰ সময়, [৪] কান্দিবৰ সময় আৰু হাঁহিবৰ সময়, বিলাপ কৰিবৰ সময় আৰু নাচিবৰ সময়, [৫] শিল দলিয়াই পেলাবৰ সময় আৰু শিল গোটাবৰ সময়, আলিঙ্গন কৰিবৰ সময় আৰু আলিঙ্গন কৰাৰ পৰা আঁতৰি থাকিবৰ সময়, [৬] বিচাৰিবৰ সময় আৰু হেৰুৱাবৰ সময়, ৰাখিবৰ সময় আৰু পেলাবৰ সময়, [৭] ফালিবৰ সময় আৰু সিয়াবৰ সময়, নিমাতে থাকিবৰ সময় আৰু কথা কবৰ সময়, [৮] প্ৰেম কৰিবৰ সময় আৰু ঘিণ কৰিবৰ সময়, ৰণৰ সময় আৰু শান্তিৰ সময় আছে। [৯] কাম কৰা মানুহে যি পৰিশ্ৰম কৰে, তাতে তাৰ কি লাভ ? [১০] মনুষ্য-সন্তানবিলাক পৰিশ্ৰমী হবৰ অৰ্থে, ঈশ্বৰে যি ব্যৱসায় সিবিলাকক দিছে, তাক ময় দেখিলোঁ। [১১] তেওঁ সকলোকেই আপোন আপোন কালত সুন্দৰ কৰিছে, আৰু সিবিলাকৰ হৃদয়ত অনন্ত কালো ৰাখিছে ; তথাপি এনেকৈ ৰাখিছে, যে, আদিৰ পৰা অন্তলৈকে ঈশ্বৰে কৰা কাৰ্য্যৰ তত্ত্ব কোনেও উলিয়াব নোৱাৰে। [১২] ময় জানো, যে, মানুহ জীয়াই থকা কাললৈকে আনন্দ আৰু সৎকৰ্ম্ম কৰাত্‌কৈ তাৰ পক্ষে আৰু কোনো উত্তম নাই। [১৩] আৰু প্ৰত্যেক মানুহে যে ভোজন-পান আৰু আপোনাৰ সকলো পৰিশ্ৰমত সুখ-ভোগ কৰে, ইও ঈশ্বৰৰ দান। [১৪] ময় জানো, যে, ঈশ্বৰে যি যি কৰে, সেই সকলো চিৰস্থায়ী ; তাক বঢ়াবও নোৱাৰি, কমাবও নোৱাৰি ; আৰু তেওঁৰ সাক্ষাতে যেন মানুহবিলাকে ভয় কৰে, সেই নিমিত্তেই ঈশ্বৰে তাক তেনে কৰে। [১৫] যি আছে, সেয়ে পূৰ্ব্বেও আছিল, আৰু যি আগলৈ হব লগা, সিও পূৰ্ব্বে আছিল ; আৰু যি হৈ গল, ঈশ্বৰে আকৌ তাকেই বিচাৰে।

[১৬] তাত বাজে ময় সূৰ্য্যৰ তলত বিচাৰ-স্থানত দেখিলোঁ, যে, তাত দুষ্টতা আছে ; আৰু ধাৰ্ম্মিকতাস্থানত দেখিলোঁ, যে, তাতো দুষ্টতা আছে। [১৭] ময় মনতে কলোঁ, ঈশ্বৰেই ধাৰ্ম্মিকৰ আৰু দুষ্টৰ বিচাৰ কৰিব ; কিয়নো তাত প্ৰত্যেক অভিপ্ৰায়ৰ নিমিত্তে আৰু প্ৰত্যেক কৰ্ম্মৰ নিমিত্তে এক এক কাল আছে। [১৮] ময় মনতে কলোঁ, যে, ঈশ্বৰে যেন মনুষ্য-সন্তানবিলাকক পৰীক্ষা কৰে, আৰু সিবিলাক যে নিজেই পশুতুল্য, ইয়াক যেন সিবিলাকে বুজিব পাৰে, এই কাৰণে, সেয়ে সিবিলাকৰ নিমিত্তে হৈছে। [১৯] কিয়নো মনুষ্য-সন্তানবিলাকলৈ যি ঘটে, সেয়ে পশুলৈকো ঘটে, সকলোলৈকে একে ৰূপ ঘটনাই ঘটে ; ই যেনেকৈ মৰে, সিও তেনেকৈ মৰে ; এনে কি, সিহঁত সকলোৰে এক নিশ্বাস-প্ৰশ্বাস মাথোন ; এই হেতুকে পশুত্‌কৈ মানুহৰ কোনো প্ৰাধান্য নাই ; কিয়নো সকলোৱেই অসাৰ। [২০] সকলোৱেই একে ঠাইলৈ গমন কৰে ; সকলোৱেই ধূলিৰ পৰা উৎপন্ন হৈছে, আৰু সকলোৱেই ধূলিলৈ উলটি যায়। [২১] মনুষ্য-সন্তানবিলাকৰ জীৱাত্মাৰ বিষয়ে কোনে জানে, যে, সি উৰ্দ্ধগামী হয় ? আৰু পশুৰ জীৱাত্মাৰ বিষয়ে কোনে জানে, যে, সি পৃথিবীৰ তললৈ অধোগামী হয় ? [২২] এই হেতুকে ময় দেখিলোঁ, যে, মানুহে আপোনাৰ কাৰ্য্যত আনন্দ কৰাত্‌কৈ কোনো উত্তম নাই ;

কিয়নো এয়েই তার ভাগ। কারণ মনুষ্যর মরণর পাছে যি ঘটিব, তাক দেখিবলৈ কোনে তাক ওলোটাই আনিব?

নানা উপদ্রব্ব আরু অকলে থকার অনিষ্টতা আদির বিষয়।

৪ পাছে ময় ঘুরি, সূর্য্যর তলত যি সকলো অত্যাচার করা হয়, সেই সকলো চালোঁ; দেখা, অত্যাচার পোৱা লোকবিলাকর চকু-লো বৈছে, কিন্তু সিবিলাকক সান্ত্বনা করোঁতা কোনো নাই; আরু সিবিলাকক অত্যাচার করোঁতাবিলাকর ফালে বল আছে, কিন্তু সিবিলাকক সান্ত্বনা করোঁতা কোনো নাই। [২] এই হেতুকে, বর্ত্তমানে জীয়াই থকা জীবিত-বিলাকতকৈ, আগেয়ে মরা মৃতবিলাকর ময় প্রশংসা করিলোঁ। [৩] এনে কি, যি জনে আজিলৈকে জন্ম পোৱা নাই, আরু সূর্য্যর তলত করা বেয়া কার্য্য দেখা নাই, তাক ময় সেই উভয়তকৈয়ো সুখী জ্ঞান করিলোঁ। [৪] পাছে ময় সকলো পরিশ্রম আরু নিপুণতারে করা প্রত্যেক কার্য্য চাই বুজিলোঁ, যে, ইয়ার কারণে মানুহ ওচর-চুবুরীয়ার পরা ঈর্ষ্যাপ্রাপ্ত হয়। ইও অসার, আরু বতাহক ধরিবলৈ চেষ্টা করা মাত্র। [৫] অজ্ঞান মানুহে হাত সাবটি থাকি নিজকে নিজে খায়। [৬] পরিশ্রম, আরু বতাহক ধরিবলৈ করা চেষ্টারে সৈতে দুই মুঠিতকৈ শান্তিরে সৈতে এমুঠিয়েই ভাল।

[৭] পাছে ময় ঘুরি সূর্য্যর তলত অসারতা দেখিলোঁ। [৮] কোনো মানুহ অকলসরে থাকে, তার দ্বিতীয় কোনো নাই; এনে কি, তার পুতেক কি ভায়েক-ককায়েক কোনো নাই; তথাপি তার পরিশ্রমর সীমা নাই, আরু তার চকুও ধন-সম্পত্তিত তৃপ্ত নহয়। সি কয়, "তেন্তে ময় কার নিমিত্তে পরিশ্রম করিছোঁ, আরু আপোন প্রাণক সুখভোগর পরা বঞ্চিত করিছোঁ?" ইও অসার, এনে কি, অতি দুঃখজনক ব্যবসায়। [৯] এজনতকৈ দুজন ভাল, কিয়নো সিবিলাকর পরিশ্রমর দ্বারায় সুফল হয়। [১০] কারণ সিবিলাক পড়িলে, এজনে আপোনার সঙ্গীক তুলিব পারে। কিন্তু যি জন অকলসরীয়া, সি পড়িলে, তার সন্তাপ হব; কিয়নো তাক তুলিবলৈ দ্বিতীয় নাই। [১১] আকৌ দুজনে একেলগে শুলে উম পায়; কিন্তু এজনে অকলেই কেনেকৈ উম পাব? [১২] আরু যি অকলসরীয়া, তাক যদিও কোনোৱে পরাজয় করে, তথাপি দুজনে তার প্রতিরোধ করিব; আরু তিনি গুণীয়া রচি বেগাই নিচিগে।

[১৩] যি অজ্ঞান বৃদ্ধ রজাই কোনো পরামর্শ লবলৈ আরু নুবুজে, এনে রজাতকৈ জ্ঞানবান দুঃখীয়া ডেকাই ভাল। [১৪] কিয়নো এওঁ রজা হবর নিমিত্তে বন্দীশালর পরা ওলাইছিল; এনে কি, এওঁ আপোনার রাজ্যত দরিদ্র-অবস্থাত জন্মগ্রহণ করিছিল। [১৫] ময় দেখিলোঁ, যে, যি ডেকাই অর্থাৎ দ্বিতীয় জনে তেওঁর পদত রাজত্ব পালে, সূর্য্যর তলত অহা-যোৱা করা সকলো জীয়া প্রাণী সেই জনর ফলীয়া হল। [১৬] যি লোকবিলাকর ওপরত তেওঁ রজা হল, সেই লোকবিলাকর সীমা নাই; তথাপি ভাবী কালর লোকবিলাকে তেওঁত আনন্দ নকরিব। অবশ্যে ইও অসার, আরু বতাহক ধরিবলৈ চেষ্টা করা মাত্র।

ঈশ্বরর আরাধনা, ধনর অস্থিরতা, আরু ধন ভোগ করার বিষয়।

৫ তুমি ঈশ্বরর গৃহলৈ যোৱা কালত তোমার ভরি সাৱধানে রাখিবা; কারণ অজ্ঞানবোরর দরে বলিদান করাতকৈ, শুনিবলৈ ওচর চপাই ভাল; কিয়নো সিহঁতে যে বেয়া কাম করিছে, তাক সিহঁতে নেজানে। [২] তোমার মুখেরে অবিবেচনারূপে কথা নকবা, আরু ঈশ্বরর আগত কথা উচ্চারণ করিবলৈ তোমার মনক বেগী হব নিদিবা; কিয়নো ঈশ্বর স্বর্গত আরু তুমি পৃথিবীত আছা; এই হেতুকে তোমার কথা অলপ হওক। [৩] কিয়নো অধিক কার্য্যর দ্বারায় সপোন দেখা যায়, আরু অধিক বাক্যর দ্বারায় অজ্ঞানর মাত বুজা যায়। [৪] ঈশ্বরর আগত সঙ্কল্প করিলে, তাক সিদ্ধ করিবলৈ পলম নকরিবা; কিয়নো তেওঁ অজ্ঞানবোরত সন্তোষ নেপায়; তুমি যি সঙ্কল্প করা, তাক সিদ্ধ করা। [৫] সঙ্কল্প করি সিদ্ধ নকরাতকৈ সঙ্কল্প নকরাই ভাল। [৬] তুমি শরীরর অধীনে থাকি পাপ করিবলৈ তোমার মুখক নিদিবা; আরু, সেইটো ভুল হল, এনে কথা দূতর আগত

নকৰা; ঈশ্বৰে কিয় তোমাৰ বাক্যত ক্ৰোধ কৰি তোমাৰ হাতৰ কাৰ্য্য নষ্ট কৰিব? [৭] কিয়নো অধিক সপোন আৰু অসাৰতাত, আৰু বাক্যৰ বাহুল্যত এনে ঘটে। কিন্তু তুমি ঈশ্বৰক ভয় কৰা।

[৮] তুমি প্ৰদেশত দৰিদ্ৰক অত্যাচাৰ কৰা, বলেৰে বিচাৰ আৰু ন্যায় দূৰ কৰা দেখিলে, সেই কথাত আশ্চৰিত নেমানিবা; কিয়নো ওখ পদত থাকোঁতা লোকতকৈয়ো ওখ পদত থাকোঁতা আন এজনে চকু দিয়ে; আকৌ সিবিলাকতকৈয়ো আৰু ওখ পদত থকা লোক আছে। [৯] কিন্তু ক্ষেতিত নিৰ্ভৰ কৰা ৰজা সকলো ভাবে দেশৰ মঙ্গলস্বৰূপ।

[১০] যি মানুহে ৰূপ ভাল পায়, সি ৰূপত তৃপ্ত নহয়; নাইবা যি মানুহে অধিক ধন-সম্পত্তি ভাল পায়, সি আয়ত তৃপ্ত নহয়। ইও অসাৰ। [১১] ধন-সম্পত্তি বাঢ়িলে তাক খাওঁতাও বাঢ়ে; এতেকে তাক চকুৰে দেখাৰ বাহিৰে তাৰ গৰাকীবিলাকৰ কি লাভ? [১২] বনুৱা লোকে সৰহ বা অলপ আহাৰ কৰিলেও, তাৰ টোপনি সন্তোষজনক; কিন্তু ধনবানৰ অধিক ধন-সম্পত্তিয়ে তাক টোপনি যাব নিদিয়ে।

[১৩] মই সূৰ্য্যৰ তলত যন্ত্ৰণাদায়ক এই অনিষ্ট দেখিলোঁ, যে, ধনৰ গৰাকীৰ অপকাৰলৈহে ধন ৰখা হয়। [১৪] সেই ধন দুৰ্ঘটনাত নষ্ট হয়; আৰু পুত্ৰ এটী জন্মিলে তাৰ হাতত একোৱেই নেথাকে। [১৫] মাকৰ গৰ্ভৰ পৰা যেনেকৈ সি উলঙ্গে আহে, তেনেকৈ পুনৰায় সেই অহাৰ দৰেই উলঙ্গে যায়, আৰু সি আপোন পৰিশ্ৰমৰ ফলৰ মাজত হাতত লৈ যাব পৰা খিনিও লগত লৈ যাব নোৱাৰে। [১৬] সি যেনেকৈ আহে, সকলো ভাবে তেনেকৈয়ে যায়; ইও যন্ত্ৰণাদায়ক অনিষ্ট। তেন্তে বতাহক ধৰিবলৈ পৰিশ্ৰম কৰাত তাৰ কি লাভ? [১৭] সি জীৱনৰ সকলো কালতেই অন্ধকাৰত আহাৰ কৰে, আৰু তাৰ অধিক বেজাৰ, নৰীয়া, আৰু ক্ৰোধ হয়।

[১৮] দেখা, ঈশ্বৰে মানুহক জীৱনৰ যি কেইটা দিন দিছে, সেই সমস্ত দিন সূৰ্য্যৰ তলত কৰা সকলো পৰিশ্ৰমৰ ভিতৰত ভোজন-পান আৰু সুখভোগ কৰাকে মই উত্তম আৰু সুন্দৰ দেখিলোঁ; কিয়নো এয়েই তাৰ পাব লগীয়া ভাগ। [১৯] ঈশ্বৰে যি যি লোকক ধন-সম্পত্তি আৰু বহুমূল্য বস্তু দান কৰি তাক ভোগ কৰিবলৈ, আৰু আপোনাৰ ভাগ লবলৈ, আৰু আপোনাৰ পৰিশ্ৰমত আনন্দ কৰিবলৈ ক্ষমতা দিয়ে, সেই সকলো লোকলৈ ইও ঈশ্বৰৰ দান। [২০] কিয়নো ঈশ্বৰে তাৰ মনত আনন্দ জন্মাই তাক উত্তৰ দিয়াত, সি আপোনাৰ আয়ুসৰ দিন কেইটা বিস্তৰ সোঁৱৰণ নকৰে।

ধনীৰ প্ৰকৃত সুখ নাই।

**৬** মই সূৰ্য্যৰ তলত আৰু এক অনিষ্ট দেখিলোঁ; সেয়ে মানুহবিলাকৰ পক্ষে অতি ভাৰস্বৰূপ। [২] ঈশ্বৰে কোনো কোনোক ইমান ধন-সম্পত্তি, বহুমূল্য বস্তু, আৰু গৌৰৱ দিয়ে, যে, তাৰ অভিলষিত বস্তুবোৰৰ ভিতৰৰ এটীৰো অভাৱ নাই; তথাপি ঈশ্বৰে তাক ভোগ কৰিবৰ ক্ষমতা নিদিয়ে, কিন্তু কোনো অসম্পৰ্কীয় লোকে তাক ভোগ কৰে। ইও অসাৰ, আৰু বিষম ৰোগস্বৰূপ। [৩] যদি কোনো মানুহে এশ পুত্ৰৰ জন্ম দি অনেক বছৰ জীয়াই থাকি দীৰ্ঘজীৱী হয়, কিন্তু তাৰ প্ৰাণ যদি সুখত তৃপ্ত নহয়, আৰু তাক মৈদামো যদি দিয়া নহয়, তেন্তে মই কওঁ, সেই মানুহতকৈ অসময়ত জন্মাটোৱেই ভাল। [৪] কিয়নো ই বৃথায় আহে, আৰু আন্ধাৰতে যায়, আৰু ইয়াৰ নাম আন্ধাৰেৰেই ঢকা থাকে.; [৫] ই সূৰ্য্যক নেদেখে, আৰু নেজানে; এতেকে সেই মানুহতকৈ ইয়েই ভাল। [৬] এনে কি, সি কোনো সুখ ভোগ নকৰাকৈ যদি দুই হাজাৰ বছৰো জীয়াই থাকে, তথাপি তাৰ কি লাভ? সকলোৱেই একে ঠাইলৈকে জানো নেযায়? [৭] মানুহৰ সকলো পৰিশ্ৰম তাৰ মুখৰ নিমিত্তে, তথাপি তাৰ হেঁপাহ নপলায়; কিয়নো অজ্ঞানতকৈ জ্ঞানবানৰ কি লাভ? [৮] আৰু জীয়াই থকা লোকবিলাকৰ আগত ব্যৱসায় কৰিব জনা দুঃখীয়া মানুহৰ বা কি লাভ? [৯] মন ভ্ৰমি ফুৰাতকৈ চকুৰে দেখাটোৱেই ভাল। ইও অসাৰ, আৰু বতাহক ধৰিবলৈ চেষ্টা কৰা মাত্ৰ।

[১০] যি হল, তাৰ নাম বহুকালৰ আগৈয়ে দিয়া হল, তাক মানুহ বুলি জনা গৈছে; আৰু আপোনাতকৈ যি জনা পৰাক্ৰমী, তেওঁৰ লগত

সি যুদ্ধ করা অসাধ্য। [১১] কিয়নো অসারতা বঢ়াওঁতা অনেক কথা আছে; তার দ্বারায় মানুহর কি লাভ? [১২] কারণ, মানুহে অসার জীবনর যি কেইটা দিন ছাঁর দরে নিয়ায়, তার জীবনর সেই সকলো দিনত তার মঙ্গল কি, তাক কোনে জানে? আরু মানুহর মরণর পাছে, সূর্য্যর তলত কি ঘটিব, ইয়াকে তাক কোনে কব পারে?

জগতক তুচ্ছজ্ঞান করা, ধৈর্য্য, আরু ঈশ্বর-ভয়েই প্রকৃত জ্ঞান।

৭ সুগন্ধি তেলতকৈ সুনাম উত্তম, আরু জন্মর দিনতকৈ মরণর দিন ভাল। [২] ভোজর ঘরলৈ যোৱাতকৈ বিলাপর ঘরলৈ যোৱা ভাল; কিয়নো সেয়ে সকলো মানুহর শেষগতি, আরু জীয়াই থকা লোকে তাক মনত রাখিব। [৩] হাঁহিতকৈ শোক ভাল; কারণ মুখর বিবর্ণর দ্বারায় মনক আনন্দিত করা হয়। [৪] জ্ঞানবানবিলাকর মন বিলাপর ঘরত থাকে; কিন্তু অজ্ঞানবোরর মন আমোদর ঘরত থাকে। [৫] মানুহে অজ্ঞানবোরর গীত শুনাতকৈ জ্ঞানবানর অনুযোগ শুনা ভাল। [৬] কিয়নো কেরাহির তলত কাঁইট থরির ফুট্‌-ফুটনি শবদ যেনে, অজ্ঞান মানুহর হাঁহি তেনে; ইও অসার। [৭] স্বরূপতে অত্যাচারে জ্ঞানবানক বলীয়া করে, আরু ভেঁটিয়ে বিবেচনা-শক্তি নষ্ট করে। [৮] কার্য্যর আরম্ভনতকৈ তার শেষ ভাল, আরু অহঙ্কারী মনর লোকতকৈ ধীর মনর লোক ভাল। [৯] তোমার মনক হঠাতে খং উঠিবলৈ নিদিবা; কিয়নো অজ্ঞানবোরর বুকুৱেই খঙর আশ্রয়। [১০] বর্ত্তমান কালতকৈ আগর কাল কিয় ভাল আছিল? এনে কথা নকবা; কিয়নো এই বিষয়ে তুমি এনে প্রশ্ন করা জ্ঞানমূলক নহয়। [১১] পৈতৃক ধন-সম্পত্তি যিমান ভাল, প্রজ্ঞাও সিমান ভাল; এনে কি, সূর্য্যক দেখোঁতাবিলাকর নিমিত্তে তাতকৈ প্রজ্ঞা বেচী উপকারী। [১২] কিয়নো ধন যেনে রক্ষক, প্রজ্ঞাও তেনে রক্ষক; কিন্তু জ্ঞানর উপকার এই, যে, প্রজ্ঞাই আপোনার গরাকীর জীৱন রক্ষা করে। ঈশ্বরর কার্য্য চোৱা; [১৩] কিয়নো তেওঁ যিহক বেঁকা করে, তাক কোনে পোনাব পারে? [১৪] সুখর দিনত আনন্দ করা, আরু দুঃখর দিনত বিবেচনা করা; মানুহর পাছত কি ঘটিব, তার একোকে যেন মানুহে জানিব নোৱারে, এই নিমিত্তে ঈশ্বরে সেই দুয়োকো ওচরাওচরি করি থৈছে।

[১৫] ময় আপোন অসার জীৱনর দিন কেই-টাত এই সকলো দেখিলোঁ, যে, কোনো কোনো ধার্ম্মিক লোক নিজ নিজ ধার্ম্মিকতাত বিনষ্ট হয়, আরু কোনো কোনো দুষ্ট লোকে নিজ নিজ দুষ্টতাত দীর্ঘকাল নিয়ায়। [১৬] অতিরিক্ত ধার্ম্মিক নহবা, আরু আপোনাকে অতিরিক্ত জ্ঞানী নেদেখুৱাবা; কিয় আপোনাকে নষ্ট করিবা? [১৭] অতি দুষ্ট নহবা, আরু অজ্ঞানো নহবা; তোমার কাল নৌ হওঁতেই কিয় মরিবা? [১৮] তুমি ইয়াক ধরি রখা ভাল; এনে কি, সিটোর পরাও হাত নুগুচাবা; কিয়নো ঈশ্বরলৈ ভয় করোঁতা লোকে সেই সকলোরে পরা সারিব।

পরস্ত্রী-গমন, বিদ্রোহ, আরু অধিপতির উপদ্রৱর বিরুদ্ধর কথা।

[১৯] নগরত থকা দহ জন পরাক্রমীয়ে যি পরিমাণে নগর দৃঢ় করে, তাতকৈ প্রজ্ঞাই জ্ঞান-বানক অধিক পরিমাণে বলবান করে। [২০] বাস্তবিকে, পাপ নকরি সৎকর্ম্ম করা ধার্ম্মিক মানুহ পৃথিবীত নাই। [২১] লোকে কথা পতা আটাই কথালৈ মন নিদিবা; কিয়নো দিলে, কিজানি তোমার দাসে তোমাক শাও দিয়াহে শুনিবা। [২২] কারণ, তুমিও যে আনবিলাকক সেই দরে শাও দিয়া, তাক তোমার মনে অনেকবার জানিবলৈ পাইছে।

[২৩] ময় প্রজ্ঞার দ্বারায় সেই সকলোকে পরীক্ষা করি চালোঁ; ময় কলোঁ, ময় জ্ঞানবান হম, কিন্তু জ্ঞান মোর পরা দূরত আছিল। [২৪] যি আছে, সেয়ে অতি দূর, আরু অতি গভীর, তাক কোনে পাব পারে? [২৫] ময় ঘূরি, জানি-বলৈ আরু অনুসন্ধান করিবলৈ, প্রজ্ঞা আরু কথার হেতু বিচার করিবলৈ, আরু দুষ্টতা যে অজ্ঞান, আরু মূর্খতা যে পাগলামি, তাক জানিবলৈ মনোযোগ করিলোঁ। [২৬] তাতে ময় মৃত্যুতকৈয়ো এক বিষম বস্তু দেখিলোঁ, অর্থাৎ যি তিরুতার মন ফান্দ আরু জাল, হাত বান্ধ-

স্বরূপ, এনে তিক্ততা; যি মানুহ ঈশ্বরর দৃষ্টিত উত্তম, সি তাইর পরা সারিব, কিন্তু পাপী তাইর দ্বারায় ধরা পড়িব। [২৭] উপদেশকে কৈছে, দেখা, ময় কথার কারণ উলিয়াবলৈ এটার পাছে এটা বিচার করি চাই তাকে পালোঁ। [২৮] মোর প্রাণে এতিয়াও যিহক বিচারিছে, ময় তাক পোবা নাই; হাজারর মাজত এজনহে নর পালোঁ, কিন্তু সেই সকলোর মাজত এজনী নারী নেপালোঁ। [২৯] দেখা, ময় ইয়াকেহে পালোঁ, যে, ঈশ্বরে মানুহক সরল করি স্রজন করিছিল; কিন্তু অবাটে যাবর নিমিত্তে সিবিলাকে নানা উপায় বিচারিলে।

৮ জ্ঞানবানর তুল্য কোন আছে? কথার অর্থ কোনে বুজাব জানে? মানুহর প্রজ্ঞাই তার মুখ উজ্জ্বল করে, আরু তার মুখর কঠিনতার পরিবর্ত্তন হয়। [২] ময় তোমাক পরামর্শ দিওঁ, তুমি রজার আজ্ঞা পালন করা; ঈশ্বরর শপথর কারণেই তাক করা। [৩] তেওঁর আগর পরা ওচি যাবলৈ লরালরি নকরিবা, মন্দ বিষয়ত লাগি নেথাকিবা; কিয়নো তেওঁ আপোন ইচ্ছার দরে সকলোকে করে। [৪] কারণ রজার বাক্য প্রবল; আরু আপুনি কি করিছে বুলি তেওঁক কোনে কব পারে? [৫] যি মানুহে আজ্ঞা পালন করে, তালৈ অমঙ্গল নঘটে; কিন্তু জ্ঞানবানর মনে হলে, সময় আরু সোধ-বিচার হব বুলি জানে। [৬] কিয়নো প্রত্যেক বিষয়রে সময় আরু সোধ-বিচার আছে; কারণ মানুহর দুষ্টতা অতিশয় অধিক হৈ পড়ে। [৭] কিয়নো কি ঘটিব, তাক সি নেজানে, কারণ কি প্রকারে সেয়ে ঘটিব, ইয়াকে তাক কোনে জনাব পারে? [৮] বতাহক বন্ধ করিবলৈ বতাহর ওপরত কোনো মানুহর ক্ষমতা নাই; আরু মরণ-দিনর ওপরতো ক্ষমতা নাই, আরু সেই যুদ্ধর পরা এরণ নেপায়, আরু দুষ্টতাই আপোনাত আসক্ত হোবাটোক নসকবায়। [৯] ময় সেই সকলোকে দেখিলোঁ, আরু সূর্য্যর তলত করা সকলো কর্ম্মলৈ মনোযোগ করি বুজিলোঁ, যে, কোনো কোনো সময়ত এজনে আন জনর ওপরত তার অপকারলৈ ক্ষমতা পায়।

[১০] তাত বাজে ময় দেখিলোঁ, যে, দুষ্টবোরে মৈদাম পাই পরলোকলৈ গল; কিন্তু সদাচারীবিলাক পবিত্রস্থানর পরা যোবাত, নগরত সিবিলাকর সোঁবরণ লুপ্ত হল। ইও অসার। [১১] কুকর্ম্মর দণ্ডাজ্ঞা বেগাই সিদ্ধ নোহোবাত, মনুষ্য-সন্তানবিলাকর মন কুকর্ম্মত সম্পূর্ণরূপে আসক্ত হয়। [১২] পাপীয়ে এশবার কুকর্ম্ম করিও যদি দীর্ঘকাল জীয়াই থাকে, তথাপি ময় হলে নিশ্চয়ে জানো, যে, ঈশ্বরর যি ভয়কারী লোকবিলাকে তেওঁর সাক্ষাতে ভয় রাখে, সিবিলাকর মঙ্গল হব; [১৩] কিন্তু দুষ্ট লোকর মঙ্গল নহব, আরু সি আপোনার ছাঁস্বরূপ আয়ুস বৃদ্ধি নকরিব, কারণ সি ঈশ্বরর সাক্ষাতে ভয় নেরাখে। [১৪] পৃথিবীত এই অসারতা চলি আছে, যে, কোনো কোনো ধার্ম্মিক লোকলৈ দুষ্টবোরর কর্ম্ম অনুসারে ঘটনা ঘটে, আরু কোনো কোনো দুষ্ট লোকলৈ ধার্ম্মিকবিলাকর কর্ম্ম অনুসারে ঘটে; ময় কলোঁ, ইও অসার। [১৫] তেতিয়া ময় আনন্দর প্রশংসা করিলোঁ; কিয়নো ভোজন-পান আরু আনন্দ করাতকৈ সূর্য্যর তলত মনুষ্যর আরু ভাল নাই; কারণ সূর্য্যর তলত ঈশ্বরে দিয়া তার আয়ুসর সকলো কালত আপোনার পরিশ্রমত তারে সৈতে এয়েহে থাকিব।

ঈশ্বরর কার্য্যর বোধাগম্যতা আরু বর্ত্তমান সুখভোগ আদির বিষয়।

[১৬] ময় যেতিয়া প্রজ্ঞার তত্ত্ব জানিবলৈ আরু পৃথিবীত প্রচলিত ব্যবসায় (কিয়নো কোনো কোনো লোকর দিন কি রাতি চকুত টোপনি নাহে;) চাবলৈ মন দিলোঁ, [১৭] তেতিয়া ময় ঈশ্বরর সকলো কার্য্য দেখি বুজিলোঁ, যে, সূর্য্যর তলত যি কার্য্য করা যায়, মানুহে তার তত্ত্ব উলিয়াব নোবারে। কিয়নো মানুহে তাক অনুসন্ধান করিবলৈ যিমান কি পরিশ্রম করোক, তথাপি তার তত্ত্ব উলিয়াব নোবারে; এনে কি, জ্ঞানবান লোকেও তাক জানিবলৈ স্থির করিলে তার তত্ত্ব উলিয়াব নোবারে।

৯ কিয়নো ময় এই সকলো বিষয় অনুসন্ধান করিবলৈ এই সকলো বিষয়লৈ মন দিলোঁ, যে, ধার্ম্মিক আরু জ্ঞানী লোকবিলাক আরু সিবিলাকর কর্ম্ম ঈশ্বরর হাতত আছে; প্রেমেই হয় নে ঘিণেই হয়, তাক মানুহে নেজানে। সকলো সিবিলাকর আগলৈ আছে। [২] সকলোলৈকে

সকলো একে দরে ঘটে ; ধাৰ্ম্মিক কি দুষ্ট, সৎ-লোক আৰু কি শুচি কি অশুচি, আৰু বলিদান কৰোঁতা কি বলিদান নকৰোঁতা, আটাইলৈকে একে ঘটনা ঘটে ; সৎলোক যেনে পাপীও তেনে, শপথকাৰী যেনে শপথলৈ ভয়কাৰীও তেনে। [৩] সূৰ্য্যৰ তলত কৰা সকলো কাৰ্য্যৰ ভিতৰত এয়ে অতি দুঃখৰ বিষয়, যে, সকলোলৈকে সমান ঘটনা ঘটে ; এনে কি, মনুষ্য-সন্তানবিলাকৰ মন দুষ্টতাৰে পূৰ, আৰু জীয়াই থাকেমানে সিহঁতৰ হৃদয়ৰ মাজত পাগলামি থাকে, পাছে মৃতবিলাকৰ ওচৰলৈ যাব লগা হয়। [৪] কিয়নো সকলো জীবিত লোকৰ মাজত প্ৰত্যাশা আছে ; কাৰণ মৰা সিংহতকৈ জীয়া কুকুৰেই ভাল। [৫] কিয়নো জীবিত লোকবিলাকে মৰিম বুলি জানে ; কিন্তু মৃত লোকবিলাকে একোকেই নেজানে, আৰু সিহঁতে আপোনাবিলাকৰ শ্ৰমৰ ফল আৰু নেপায় ; কিয়নো সিহঁতৰ স্মৃতি লুপ্ত হয়। [৬] সিহঁতৰ প্ৰেম, সিহঁতৰ ঘিণ, আৰু সিহঁতৰ অসূয়া নষ্ট হৈ গল, আৰু সূৰ্য্যৰ তলত কৰা সকলো কাৰ্য্যত সিহঁতে কোনো কালেও আৰু ভাগ নেপাব।

[৭] তুমি যোৱা, আনন্দেৰে আপোনাৰ আহাৰ ভোজন, আৰু হৰ্ষিত মনেৰে আপোনাৰ দ্ৰাক্ষাৰস পান কৰাগৈ ; কিয়নো ঈশ্বৰে তোমাৰ কৰ্ম্ম পূৰ্ব্বৰে পৰা গ্ৰহণ কৰিলে। [৮] তোমাৰ বস্ত্ৰ সৰ্ব্বদায় শুক্লবৰ্ণ হওক, আৰু তোমাৰ মূৰত তেলৰ অভাৱ নহওক। [৯] সূৰ্য্যৰ তলত ঈশ্বৰে তোমাক অসাৰ আয়ুস যিমান দিন দিয়ে, তোমাৰ সেই সকলো অসাৰ দিনত তুমি আপোন প্ৰিয়া ভাৰ্য্যাৰ লগত আনন্দ কৰা ; কিয়নো জীৱনৰ কালত, আৰু তুমি সূৰ্য্যৰ তলত যি পৰিশ্ৰম কৰা, সেই পৰিশ্ৰমত এয়েই তোমাৰ পাব লগা ভাগ। [১০] যি যি কাৰ্য্য তোমাৰ হাতত পৰে, তাক যত্নেৰে কৰিবা ; কিয়নো তুমি যি ঠাইলৈ যাব লাগিছা, সেই চিয়োলত কোনো কাৰ্য্য, কি কল্পনা, কি বিদ্যা, কি জ্ঞান, একোৱেই নাই।

[১১] ময় ঘুৰি আকৌ সূৰ্য্যৰ তলত চাই দেখিলোঁ, যে, লৰ মৰামৰি খেলত বেগীবিলাক, ৰণত বীৰবিলাক যে জয় হয়, আৰু জ্ঞানীবিলাকে অন্ন, বুদ্ধিয়কবিলাকে ধন, আৰু নিপুণ লোকবিলাকে যে অনুগ্ৰহ পায়, এনে নহয় ; কিন্তু সকলোলৈকে সময় আৰু দৈব্যক্ৰমেহে ঘটে। [১২] কিয়নো মানুহে আপোনাৰ সময় নেজানে ; যেনেকৈ মাছবোৰ অনিষ্টকাৰী জালত, আৰু যেনেকৈ চৰাইবোৰ ফান্দত ধৰা পৰে, তেনেকৈ মনুষ্য-সন্তানবিলাকো অকস্মাৎ হোৱা আপদৰ কালত ধৰা পৰে।

[১৩] ময় সূৰ্য্যৰ তলত প্ৰজ্ঞাৰ আৰু এক উদাহৰণ দেখিলোঁ ; সেয়ে মোলৈ মহৎ বোধ হল। [১৪] তাকৰ মানুহ থকা এখন সৰু নগৰ আছিল ; পাছে কোনো মহান ৰজাই তাৰ বিৰুদ্ধে আহি তাক অৱৰোধ কৰি, তাৰ বিৰুদ্ধে বৰ বৰ কোঁঠ সাজিলে। [১৫] এনেতে সেই নগৰত এজন জ্ঞানবান দৰিদ্ৰ মানুহ পোৱা গল ; তেওঁ আপোনাৰ প্ৰজ্ঞাৰ দ্বাৰায় নগৰখন ৰক্ষা কৰিলে, কিন্তু সেই দৰিদ্ৰ মানুহক কোনেও নুসুঁৱৰিলে। [১৬] তেতিয়া ময় কলোঁ, পৰাক্ৰমতকৈ প্ৰজ্ঞা উত্তম হয় ; তথাপি দৰিদ্ৰৰ প্ৰজ্ঞাক হেয়জ্ঞান কৰা যায়, আৰু তাৰ কথা কোনেও নুশুনে।

জ্ঞানীৰে সৈতে অজ্ঞানক তুলনা কৰা।

[১৭] অজ্ঞানবোৰৰ মাজত শাসন কৰোঁতাৰ চিঞৰতকৈ ধীৰে ধীৰে কোৱা জ্ঞানীবিলাকৰ বাক্য অধিককৈ শুনা যায়। [১৮] যুদ্ধৰ অস্ত্ৰতকৈয়ো প্ৰজ্ঞা উত্তম ; কিন্তু এজন পাপীয়ে অনেক

১০ মঙ্গল নষ্ট কৰে। যেনেকৈ মৰা মাখিৰ দ্বাৰায় সুগন্ধি-দ্ৰব্য-ব্যৱসায়ীৰ সুগন্ধি তেল দুৰ্গন্ধি হয়, তেনেকৈ অলপ অজ্ঞানতাই প্ৰজ্ঞা আৰু সন্মানতকৈ জোখত চৰে। [২] জ্ঞানবানৰ হৃদয় তাৰ সোঁহাতে ; কিন্তু অজ্ঞানৰ হৃদয় তাৰ বাঁওহাতে থাকে। [৩] এনে কি, অজ্ঞানে বাটত ফুৰোঁতেও বুদ্ধিহীন হৈ সকলোৰে আগত আপোনাৰ অজ্ঞানতা প্ৰকাশ কৰে। [৪] যদি তোমালৈ শাসনকৰ্ত্তাৰ ক্ৰোধ হয়, তথাপি আপোন ঠাই ত্যাগ নকৰিবা ; কিয়নো ধৈৰ্য্যই বৰ বৰ পাপ থমায়। [৫] ময় সূৰ্য্যৰ তলত অধিপতিৰ পৰা উৎপন্ন হোৱা ভ্ৰান্তি যেন এক বিষম বিষয় দেখিলোঁ, [৬] যে, অজ্ঞানক অতি ওখ পদত স্থাপন কৰা হয়, আৰু ধনবন্তবিলাক নীহ ঠাইত বহে। [৭] ময় দাসক ঘোঁৰাত উঠি যোৱা, আৰু অধিপতিক দাসৰ দৰে মাটিত খোজ

কাঢ়ি যোৱা দেখিলোঁ। ৮ যি মানুহে খাল খানে, সি তাত পড়িব; আৰু যি মানুহে শিলৰ গড় ভাঙ্গে, তাক সাপে দংশিব। ৯ যি মানুহে শিলবোৰ আঁতৰায়, সি সেইবোৰতেই দুঃখ পাব; আৰু যি মানুহে কাঠ ফালে, তাত তালৈ আপদ ঘটিবৰ ভয় থাকে। ১০ লোহা ভোটা হলে, আৰু তাক নধৰালে, তাক চলাবলৈ অধিক বল লাগে; কিন্তু কাৰ্য্য সাফল কৰিবলৈ জ্ঞান উপকাৰী। ১১ মন্ত্ৰৰ গুণ নৌ ধৰোঁতেই যদি সাপে দংশে, তেন্তে মন্ত্ৰ গাওঁতাত কোনো লাভ নাই। ১২ জ্ঞানবান লোকৰ মুখৰ বাক্য সন্তোষজনক; কিন্তু অজ্ঞানৰ ওঁঠে আপোনাকে গ্ৰাস কৰে। ১৩ তাৰ মুখৰ কথাৰ আৰম্ভনেই অজ্ঞানতা, আৰু তাৰ কথাৰ শেষফল অনিষ্টকাৰী বলীয়ালি। ১৪ অজ্ঞান লোকে অনেক কথা কয়; কিন্তু আগলৈ কি হব, তাক মানুহে নেজানে; আৰু তাৰ পাছৰ কালত কি ঘটিব, ইয়াকে তাক কোনে জনাব পাৰে? ১৫ অজ্ঞান লোকৰ পৰিশ্ৰমে সিহঁত প্ৰতিজনকে ক্লান্ত কৰে; কিয়নো নগৰলৈ যোৱা বাটকো সি চিনি নেপায়। ১৬ হে দেশ, যেতিয়া তোমাৰ ৰজা লৰা মানুহ হয়, আৰু তোমাৰ অধ্যক্ষবিলাকে ৰাতি-পুৱাতে ভোজ খায়, তেতিয়া তোমাৰ সন্তাপ হব। ১৭ হে দেশ, যেতিয়া ভদ্ৰবংশীয় পুত্ৰ তোমাৰ ৰজা হয়, আৰু তোমাৰ অধ্যক্ষবিলাকে, মতলীয়া হবৰ নিমিত্তে নহয়, কিন্তু বলবুদ্ধিৰ নিমিত্তে উচিত সময়ত ভোজনপান কৰে, তেতিয়া তুমি ধন্য। ১৮ এলাহৰ দ্বাৰায় চাল হোৰোপা পড়ে, আৰু সোৰোপালিত ঘৰ উৰুখে। ১৯ আমোদৰ কাৰণে ভোজ পতা হয়, আৰু দ্ৰাক্ষাৰসে জীৱনক হৰ্ষিত কৰে, আৰু ধন সৰ্ব্বসাধক। ২০ ৰজাক শাও নিদিবা, মনে মনেও নিদিবা; আৰু আপোনাৰ শোৱা খোটালীটো ধনীক শাও নিদিবা; কিয়নো আকাশৰ এটী চৰায়ে সেই শবদ লৈ যাব, ডেউকা লগা জীৱই সেই কথা জনাব।

ব্যৱসায়ত লাগি থকা, আয়ুসত আনন্দ কৰা আদিৰ বিষয়।

১১ তোমাৰ আহাৰ পানীৰ ওপৰত পেলাই দিয়া; কিয়নো অনেক দিনৰ পাছে তাক আকৌ পাবা। ২ সাত জনক, এনে কি, আঠ জনক ভাগ বাঁটি দিয়া; কিয়নো পৃথিবীত কি কি আপদ ঘটিব, তাক তুমি নেজানা। ৩ মেঘবোৰ বৃষ্টিৰে পৰিপূৰ্ণ হলে, সেইবোৰে পৃথিবীত বৰষুণ বৰষায়; আৰু গছ দক্ষিণ বা উত্তৰফালে পড়িলে, যি ঠাইত পড়ে, সেই ঠাইতেই থাকে। ৪ যি জনে বতাহলৈ চায়, সি কঠিয়া নিসিঁচিব; আৰু যি কোনোৱে মেঘলৈ দৃষ্টি কৰে, সি শস্য নেদাব। ৫ বতাহৰ গতি আৰু গৰ্ত্তৱতীৰ গৰ্ত্তত থকা হাড়বোৰৰ বৃদ্ধি যেনেকৈ তোমাৰ বোধৰ অগম্য, তেনেকৈ সৰ্ব্বসাধক ঈশ্বৰৰ কাৰ্য্যও তোমাৰ বোধৰ অগম্য। ৬ তুমি ৰাতিপুৱা আপোনাৰ কঠিয়া সিঁচা, আৰু গধূলি পৰন্তো আপোনাৰ হাত কোঁচাই নেৰাখিবা; কিয়নো ইটো বা সিটো কোন্‌টো সফল হব, নাইবা দুয়ো একে সমানে উত্তম হব, তাক তুমি নেজানা। ৭ স্বৰূপেই পোহৰ সন্তোষ দিওঁতা, আৰু চকুৰ পক্ষে সূৰ্য্য-দৰ্শন ভাল। ৮ এনে কি, কোনো মানুহ অনেক বছৰ জীয়াই থাকিলে, সি সেই সকলোতে আনন্দ কৰোক, কিন্তু আন্ধাৰৰ দিনো মনত ৰাখোক; কিয়নো সেই দিন অনেক হব। যি যি ঘটে, সেই সকলোবেই অসাৰ।

৯ হে ডেকা, তুমি আপোনাৰ যৌবন-অৱস্থাত আনন্দ কৰা, আৰু ডেকা কালত তোমাৰ মনে তোমাক হৰ্ষিত কৰোক, আৰু তুমি আপোন হৃদয়ৰ পথত আৰু আপোন চকুৰ দৃষ্টিত চলি থাকা; কিন্তু তুমি জানিবা, যে, ঈশ্বৰে এই সকলোৰ নিমিত্তে তোমাক বিচাৰৰ ঠাইলৈ আনিব। ১০ এই হেতুকে আপোনাৰ মনৰ পৰা বেজাৰ দূৰ কৰা, আৰু গাৰ পৰা দুঃখ গুচুৱা; কিয়নো যৌবন আৰু ডেকা-কাল ভাপস্বৰূপ।

১২ যি দুঃখৰ দিন আৰু বছৰ কেইটাৰ বিষয়ে তুমি কবা, "এইবোৰত মোৰ সন্তোষ নাই," ২ সেইবোৰ নৌ আহোঁতে, বা যি কালত ঘৰ-ৰখীয়াবিলাক কঁপিব, বলৱন্ত মানুহবিলাক দোঁ খাব, যাঁত পিহা তিৰুতাবোৰ তাকৰ হোৱাত সিহঁতে পিহিবলৈ এৰিব, খিলিকি দুৱাৰেদি চাওঁতাবিলাক অন্ধকাৰময় হব, ৩ বাটৰ ফালৰ দুৱাৰ বন্ধ হব, যি কালত যাঁতৰ শবদ অতি সৰু হব, এটী চৰাইৰ মাতত মানুহ উঠিব, গায়ীকা-

বিলাকে সৰু মাতেৰে গাব, [৫] যি কালত ওখ ঠাই পালেই মানুহে ভয় খাব, বাটত নানা ত্রাসজনক বস্তু পাব, বাদাম গছ ফুলিব, ফরিঙেই তার যেন বোধ হব, আরু অবিয়োনা গছর গুটির গুণ নধরিব, ( কিয়নো মানুহ আপোনার অনন্ত ঘরলৈ যাব লগা হয়, আরু বিলাপ করোঁতাবিলাকে বাটত ফুরে ; ) [৬] সূর্য্য আরু তার দীপ্তি, চন্দ্র আরু তরাবোর অন্ধকারময় হোবা, আরু বরষুণর পাছত পুনরায় ডারর করা এনে কাল নৌ আহোঁতেই, [৬] বা রূপর গুণা নৌ চিগোঁতেই, বা দীপাধারর সোণর তেল-পাত্র, ভূমুকর পারত থকা কলহ, আরু নাদত চক্র নৌ ভাগোঁতেই, [৭] আরু ধূলি আগর দরে মাটিত লীন নৌ হওঁতেই, আরু ঈশ্বরে দিয়া আত্মা তেওঁলৈ উলটি নৌ যাওঁতেই তুমি যৌবনকালত আপোনার সৃষ্টিকর্ত্তাক সোঁৱরা। [৮] উপদেশকে কৈছে, অসারর অসার, সকলোবেই অসার।

উপসংহার।

[৯] অধিকন্তু উপদেশক জ্ঞানবান হোবাত, তেতিয়াও তেওঁ লোকবিলাকক জ্ঞান শিক্ষা দিছিল। এনে কি, তেওঁ বিবেচনা করি মনতে বিচারি বিচারি অনেক নীতি-বাক্য রচনা করিছিল। [১০] উপদেশকে মনোহর বাক্য আরু সরলভাবে লিখা কথা অর্থাৎ সত্য বচন পাবলৈ অনুসন্ধান করিছিল।

[১১] জ্ঞানীবিলাকর বাক্য কাঁটিস্বরূপ, আরু সভাপতিবিলাকর বাক্য ভালকৈ মরা গজালস্বরূপ; সেইবোর একে জনা রখীয়ার দ্বারায় দিয়া হৈছে। [১২] অধিকন্তু হে মোর বোপা, তুমি সতর্ক হোবা; বহু পুথী রচনার শেষ নহয়, আরু অধিক অধ্যয়নে শরীর ক্লান্ত করে।

[১৩] আহাঁ, আমি সকলোরে সারকথা শুনো। ঈশ্বরলৈ ভয় রাখা, আরু তেওঁর আজ্ঞাবিলাক পালন করা; কিয়নো এয়েই মানুহর সকলো কর্ত্তব্য কর্ম্ম। [১৪] কারণ ঈশ্বরে ভাল কি বেয়া আটাই গুপুত বিষয়ে সৈতে সকলো কর্ম্ম বিচারস্থানলৈ আনিব।

# চলোমনর পরমগীত।

## ১ চলোমনর পরমগীত।

চুলম্মীৎ আরু যিরূচালেমর জীয়ারীবিলাকর বাক্য।

[২] তেওঁ আপোনার মুখর চুমা কেইটামানেরে
মোক চুমা খাওক ;
কিয়নো তোমার প্রেম দ্রাক্ষারসতকৈয়ো
উত্তম।
[৩] তোমার সুগন্ধি তেলর গন্ধ অতি উত্তম,
তোমার নাম, বাকি দিয়া সুগন্ধি তেলস্বরূপ ;
সেই নিমিত্তে যুবতীবিলাকে তোমাক প্রেম
করে।

[৪] মোক লৈ যোবাহি, আমি তোমার পাছে
পাছে লরি যাম।
রজাই আপোনার অন্তঃপুরলৈ মোক আনিলে ;
আমি তোমাত আনন্দিত হৈ রঙ্গ করোঁ,
দ্রাক্ষারসতকৈয়ো তোমার প্রেমর অধিক
প্রশংসা করোঁ।
লোকে তোমাক সরলভাবে প্রেম করে।

চুলম্মীতর বাক্য।

[৫] হে যিরূচালেমর জীয়ারীবিলাক,
ময় ক'লা বরণীয়া কিন্তু সুন্দরী,
কেদরর তাম্বুর নিচিনা,

চলোমনৰ আঁৰ-কাপৰৰ সদৃশ।
[৬] মই ঈষদ কলী, সূৰ্য্যই মোক বিবৰ্ণ কৰিলে,
এই দেখি মোলৈ তোমালোকে কুদৃষ্টি নক-
ৰিবা।
মোৰ আইৰ পুতেকহঁতে মোক খং কৰিলে,
সিহঁতে মোক দ্ৰাক্ষা-বাৰীবোৰৰ ৰখীয়ানী
কৰিছিল;
কিন্তু মোৰ নিজৰ দ্ৰাক্ষা-বাৰী মই ৰক্ষা কৰা
নাই।
[৭] হে মোৰ প্ৰাণপ্ৰিয়, তুমি আপোনাৰ জাক
ক'ত চৰাইছা?
আৰু দুপৰ বেলা আপোনাৰ জাকক ক'ত
জিৰোৱাইছা? তাক মোক কোৱা;
কিয়নো তোমাৰ লগৰীয়াবিলাকৰ জাকবোৰৰ
মাজত,
ওৰণী লোৱা জনীৰ নিচিনা মই কিয় হম?

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য।

[৮] হে নাৰীবিলাকৰ মাজত পৰম সুন্দৰি, তুমি
যদি তাক নেজানা,
তেন্তে জাকৰ খোজৰ চিন ধৰি ধৰি যোৱা,
আৰু ৰখীয়াবিলাকৰ তাম্বুবোৰৰ ওচৰত
তোমাৰ ছাগলী পোৱালিবোৰক চৰো-
ৱাগৈ।

চলোমন আৰু চুলম্মীতৰ কথোপকথন।

[৯] হে মোৰ প্ৰিয়া, ফৰৌণৰ ৰথৰ এজনী
ঘোঁৰাৰে সৈতে,
মই তোমাক তুলনা কৰিছোঁ।
[১০] বেণীৰ দ্বাৰায় তোমাৰ গাল দুখন,
আৰু মুকুতাৰ হাৰেৰে তোমাৰ ডিঙি শোভিত
হৈছে।
[১১] ঠায়ে ঠায়ে ৰূপ খটোৱা সোণৰ বেণী তোমাৰ
নিমিত্তে আমি যুগুত কৰিম।
[১২] যেতিয়া ৰজা ভোজনৰ সভাত বহি আছিল,
তেতিয়া মোৰ জটামাংসীয়ে সুগন্ধ প্ৰদান
কৰিছিল।
[১৩] যি গন্ধৰসৰ টুপলি মোৰ দুই স্তনৰ মাজত
থাকে,
মোৰ আগত মোৰ প্ৰিয় সেই টুপলিৰ
নিচিনা।
[১৪] অয়িন-গদীৰ দ্ৰাক্ষা-বাৰীত থকা জেটুকা ফুলৰ
থোপা যেনে,
মোৰ প্ৰিয় মোৰ আগত তেনে।
[১৫] হে মোৰ প্ৰিয়া, দেখা, তুমি সুন্দৰী, হয়,
তুমি সুন্দৰী;
তোমাৰ চকু যোৰি দুটী কপোৰ নিচিনা।
[১৬] হে মোৰ প্ৰিয়, দেখা, তুমি সুন্দৰ, এনে কি,
তুমি মনোহৰ;
আমাৰ শয্যা কেঁচাপতীয়া।
[১৭] আমাৰ ঘৰৰ চতি এৰচ গছৰ,
আৰু আমাৰ ঘৰৰ বৰগা দেবদাৰুৰ।
**২** মই চাৰোণৰ এটী গোলাপ, উপত্যকাৰ এটী
কনাৰি ফুল।

চলোমনৰ বাক্য।

[২] কাঁইটবোৰৰ মাজত এটী কনাৰি ফুল যেনে,
জীয়াৰীবিলাকৰ মাজত মোৰ প্ৰিয়া তেনে।

চুলম্মীতৰ বাক্য।

[৩] কাঠনিৰ গছবোৰৰ মাজত সুমথিৰা টেঙাৰ
গছ যেনে,
ডেকাবিলাকৰ মাজত মোৰ প্ৰিয় তেনে।
মই বড় আনন্দেৰে তেওঁৰ ছাঁত বহোঁ,
আৰু তেওঁৰ ফল মোৰ মুখত সোৱাদ
লাগে;
[৪] তেওঁ মোক দ্ৰাক্ষাৰস পান কৰা ঘৰলৈ লৈ
গল,
আৰু মোৰ ওপৰত প্ৰেমেই তেওঁৰ ধ্বজা
হল।
[৫] তোমালোকে শুকান দ্ৰাক্ষাগুটিৰে মোক সবল
কৰা,
আৰু সুমথিৰা টেঙাৰে মোৰ প্ৰাণ জুৰুউৱা;
কিয়নো মই প্ৰেমতে পীড়িতা আছোঁ।
[৬] তেওঁৰ বাঁও হাত মোৰ মূৰৰ তলত আছে,
আৰু তেওঁৰ সোঁ হাতে মোক আলিঙ্গন
কৰিছে।
[৭] হে যিৰূচালেমৰ জীয়াৰীবিলাক, মই পথাৰৰ
মৃগী আৰু হৰিণীবোৰৰ শপথ দি কৈছোঁ,
প্ৰেমে নিজে ইচ্ছা নকৰেমানলৈকে তোমা-
লোকে প্ৰেমক সাৰ নোপোৱাবা, নজ-
গাবা।

চূলম্মীতর বাক্য।

৮ সেইয়া মোর প্ৰিয়র মাত, দেখা, তেওঁ আহিছে,
পৰ্ব্বতর ওপরত ডেও দি, আরু গিরিবোরর ওপরত জাঁপ দি আহিছে।
৯ মোর প্ৰিয় মৃগ বা যুবা হরিণর নিচিনা।
সৌৱা দেখা, তেওঁ আমার বেরর পাছফালে থিয় হৈ আছে,
খিলিকিবোরেদি চাই পঠাইছে, সেইবোরর চিলিঙিয়েদি দেখা দিছে।
১০ মোর প্ৰিয়ই কথা কবলৈ ধরি মোক কলে,
"হে মোর প্ৰিয়া, উঠা; হে মোর সুন্দরি, আহাঁ।
১১ কিয়নো দেখা, জার-কাল গল,
আরু বরষুণর সময় শেষ হল;
১২ পৃথিবীত ফুলবোরে দেখা দিছে;
পক্ষীবোরর গানর সময় আহিল;
আরু আমার দেশত কপৌর মাত শুনা গৈছে।
১৩ ডিমরু গছর কেঁচা গুটি পকিবলৈ ধরিছে,
আরু দ্ৰাক্ষালতাবোর ফুলিছে;
সেইবোরে সুঘ্ৰাণ প্ৰদান করিছে।
হে মোর প্ৰিয়া, উঠা; হে মোর সুন্দরি, আহাঁ।
১৪ শিলর ফাটত, আরু গড়ার গুপুত ঠাইত থকা হে মোর কপোতি,
মোক তোমার মুখ দেখিবলৈ আরু তোমার মাত শুনিবলৈ দিয়া;
কিয়নো তোমার মাত সুৱলা, আরু তোমার মুখ সুৱনী।"
১৫ তোমালোকে আমার নিমিত্তে শিয়ালবোর,
দ্ৰাক্ষা-বারীবোর নষ্ট করোঁতা সরু শিয়ালবোর ধরা;
কিয়নো আমার বারীত দ্ৰাক্ষালতাবোর ফুলিছে।
১৬ মোর প্ৰিয় মোরেই, আরুময়ো তেওঁরেই;
তেওঁ কনারি ফুলনীর মাজত আপোনার জাক চরায়।
১৭ হে মোর প্ৰিয়, দিন জুর নপরেমানে, আরু ছাঁবোর হুগুচেমানে,
তুমি ঘুরি গৈ বেথর পৰ্ব্বতত মৃগ নাইবা যুবা হরিণর সদৃশ হোৱা।

৩ রাতি ময় আপোন শয্যাত প্ৰাণপ্ৰিয়ক বিচারিলোঁ;
কিন্তু বিচার করি তেওঁক নেপালোঁ;
২ ময় এতিয়া উঠি নগরখনত ফুরোঁ,
আলিত আরু চকত মোর প্ৰাণপ্ৰিয়ক বিচারোঁ,
এই বুলি তেওঁক বিচারিলোঁ, কিন্তু নেপালোঁ।
৩ নগরত ফুরোঁতা প্ৰহরীবোর মোর আগত ওলাল;
ময় সিহঁতক সুধিলোঁ, তোমালোকে মোর প্ৰাণপ্ৰিয়ক দেখিছিলা নে?
৪ পাছে সিহঁতর ওচরর পরা অলপ আঁতর হৈ গৈ,
ময় প্ৰাণপ্ৰিয়ক পালোঁ;
যেতিয়ালৈকে ময় তেওঁক মোর মাতৃর ঘরলৈ,
জননীর ভিতর-খোঁটালীলৈ লৈ নগলোঁ,
তেতিয়ালৈকে ময় তেওঁক যাব নিদি ধরি রাখিলোঁ।
৫ হে যিরূচালেমর জিয়ারীবিলাক, ময় পথারর মৃগী আরু হরিণীবোরর শপত দি কৈছোঁ,
প্ৰেমে নিজে ইচ্ছা নকরেমানলৈকে, তোমালোকে প্ৰেমক সার নোপোৱাবা, নজগাবা।

যিরূচালেমর জীয়ারীবিলাকর বাক্য।

৬ গন্ধরস, কুন্দুরু আদি সুগন্ধিদ্ৰব্য-ব্যবসায়ীর সকলো বিধর সুগন্ধি বস্তুরে সুবাসিত হৈ,
ধূঁৱার স্তম্ভ যেন হৈ অরণ্যর পরা সৌ জনী কোন আহিছে?
৭ দেখা, সৌৱা চলোমনর দোলা;
ইস্ৰায়েলীয়া বীরবিলাকর মাজর যাইঠ জন বীরে তার চারিওফালে বেরি ধরি আহিছে।
৮ সিবিলাক সকলো তরোৱাল ধরোঁতা, আরু রণ-বিদ্যাত পটু;
রাতি-কালর ভয়র কারণে সিবিলাক প্ৰতিজনর করঙনত তরোৱাল বন্ধা।
৯ চলোমন রজাই আপোনার নিমিত্তে লিবানোনর কাঠেরে এখন দোলা সাজিলে।

১০ তেওঁ তাৰ খুঁটাবোৰ ৰূপেৰে নিৰ্ম্মাণ কৰিলে;
তেওঁ তাৰ আওজা ভাগ সোণেৰে, আৰু তাৰ বহা দলিচাখন বেঙেনা বৰণীয়া সূতাৰে কৰিলে;
আৰু তাৰ ভিতৰখন যিৰূচালেমৰ জীয়াৰীবিলাকৰ প্ৰেমেৰে শোভিত কৰা হল।
১১ হে চিয়োনৰ জীয়াৰীবিলাক, যি মুকুট চলোমনৰ বিবাহৰ দিনা,
আৰু মনৰ আনন্দৰ দিনা তেওঁৰ মাতৃয়ে তেওঁৰ মূৰত দিলে,
তোমালোকে বাহিৰলৈ গৈ সেই মুকুটেৰে বিভূষিত হোৱা চলোমন ৰজাক চোৱা।

চলোমনৰ বাক্য।

৪ হে মোৰ প্ৰিয়া, দেখা, তুমি সুন্দৰী, দেখা, তুমি সুন্দৰী।
ওৰণীৰ ভিতৰত থকা তোমাৰ চকু যোৰি দুটী কপৌৰ নিচিনা;
তোমাৰ কেশ গিলিয়দ পৰ্ব্বতৰ চালত শুই থকা ছাগ এজাকৰ নিচিনা।
২ তোমাৰ দাঁতবোৰ দুটী দুটী পোৱালি থকা,
আৰু কোনেও পোৱালিৰ পৰা বঞ্চিত নোহোৱা,
গা ধুৱাই আনি নতুনকৈ নোম কটা এনে মেৰ এজাকৰ নিচিনা।
৩ তোমাৰ ওঁঠ দুখন ৰঙ্গা বৰণীয়া এডাল সূতাৰ নিচিনা,
আৰু তোমাৰ মুখখনি অতি মনোহৰ;
ওৰণীৰ ভিতৰত থকা তোমাৰ কুম দুটী ডালিম এডুখৰিৰ নিচিনা।
৪ যি ঘৰৰ ওপৰত এক হাজাৰ ঢাল, আটাই মহাবীৰবিলাকৰ ঢাল অৰা আছে,
তোমাৰ ডিঙি অস্ত্ৰ-ভঁৰালৰ নিমিত্তে সজা দায়ূদৰ স্তম্ভস্বৰূপ সেই ওখ ঘৰৰ নিচিনা।
৫ তোমাৰ স্তন দুটী, একেলগে জগা, কনাৰি ফুলনিত চৰা দুটী মৃগ পোৱালিৰ নিচিনা।

চূলম্মীতৰ বাক্য।

৬ দিন জুৰ নপৰেমানে, আৰু ছাঁবোৰ দুগুচেমানে,
ময় গন্ধৰসৰ পৰ্ব্বতলৈ আৰু কুন্দুৰুৰ পৰ্ব্বতলৈ যাওঁ।

চলোমনৰ বাক্য।

৭ হে মোৰ প্ৰিয়া, তুমি সৰ্ব্বাঙ্গ-সুন্দৰী;
তোমাত কোনো কলঙ্ক নাই।
৮ হে কন্যা, লিবানোনৰ পৰা মোৰ লগত আহাঁ,
লিবানোনৰ পৰা মোৰ লগতেই আহাঁ;
অমানাৰ টিঙৰ পৰা, চনীৰ আৰু হৰ্ম্মোণৰ টিঙৰ পৰা,
সিংহবোৰৰ গাঁতৰ ওচৰৰ পৰা, আৰু নাহৰফুটুকী বাঘবোৰৰ পৰ্ব্বতৰ পৰা দৃষ্টি কৰা।
৯ হে মোৰ ভনীস্বৰূপা কন্যা, তুমি মোৰ মন মোহিত কৰিছা,
তোমাৰ চকুৰ এক কটাক্ষেৰে, তোমাৰ ডিঙিৰ এধাৰ হাৰেৰে মোৰ মন মোহিত কৰিছা।
১০ হে মোৰ ভনীস্বৰূপা কন্যা, তোমাৰ প্ৰেম কেনে মনমোহা!
তোমাৰ প্ৰেম দ্ৰাক্ষাৰসতকৈয়ো কেনে উত্তম!
তোমাৰ নানাবিধ সুগন্ধি তেলৰ ঘ্ৰাণ সকলো প্ৰকাৰ সুগন্ধি দ্ৰব্যতকৈয়ো কেনে উত্তম!
১১ হে কন্যা, মৌৰ কোঁহৰ পৰা পৰাৰ দৰে তোমাৰ ওঁঠৰ পৰা টোপাটোপে মৌ পৰে;
তোমাৰ জিবাৰ আগত মধু আৰু দুগ্ধ আছে,
আৰু তোমাৰ বস্ত্ৰৰ গন্ধ লিবানোনৰ গন্ধৰ নিচিনা।
১২ মোৰ ভনীস্বৰূপা কন্যা তলা-চাবি মাৰি বন্ধ কৰা উদ্যান,
তলা-চাবি মাৰি বন্ধ কৰা নাদ, মোহৰ মৰা ভুমুকস্বৰূপ।
১৩ তোমাৰ পুলিবোৰ উপবনস্বৰূপ;
তাত উত্তম উত্তম গুটি লগা ডালিম গছ আছে;
তাত জেটুকা আৰু জটামাংসী গছ আছে;
১৪ আৰু জটামাংসীৰ লগত কুঙ্কুম, সুগন্ধি বচ, দালচিনি, আৰু আটাই:বিধৰ কুন্দুৰুকী,

গন্ধৰস, অগুৰু আদি সকলো বিধৰ প্ৰধান প্ৰধান সুগন্ধি গছ আছে।
[১৫] তুমি উদ্যানৰ ভুমুক, জীৱন-জলৰ নাদ,
আৰু লিবানোনৰ পৰা বৈ অহা জুৰীস্বৰূপ।

চুলম্মীতৰ বাক্য।

[১৬] হে উত্তৰৰ বায়ু, সাৰ পোৱা, হে দক্ষিণৰ বায়ু, আহঁা,
সুগন্ধি দ্ৰব্যৰ সুঘ্ৰাণ ওলাবৰ নিমিত্তে মোৰ উদ্যানত বলোৱা।
মোৰ প্ৰিয়ই আপোন উদ্যানলৈ আহি সোমাওক,
আৰু আপোনাৰ উত্তম ফলবোৰ ভোজন কৰোক।

চলোমনৰ বাক্য।

৫ হে মোৰ ভনীস্বৰূপা কন্যা, ময় আপোন উদ্যানত সোমালোঁহি ;
ময় আপোন গন্ধৰস আৰু সুগন্ধি দ্ৰব্য গোটালোঁ ;
ময় আপোন মধুৰে সৈতে মোৰ মৌ-কোঁহ খালোঁ ;
আৰু ময় আপোন গাখীৰেৰে সৈতে মোৰ দ্ৰাক্ষাৰস পান কৰিলোঁ।
হে বন্ধুবিলাক, ভোজন কৰা, হে প্ৰিয়বিলাক, পান কৰা,
এনে কি, অধিক পৰিমাণে পান কৰা।

চুলম্মীতৰ বাক্য।

[২] ময় টোপনিত আছিলোঁ, কিন্তু মোৰ মন সাৰে আছিল,
এনে সময়ত মোৰ প্ৰিয়ৰ মাত শুনিলোঁ ;
তেওঁ দুৱাৰত টুকৰিয়াই কলে,
"হে মোৰ ভনী, হে মোৰ প্ৰিয়া, হে মোৰ কপোতি,
হে মোৰ শুদ্ধমতী, মোৰ নিমিত্তে দুৱাৰ মেলা ;
কিয়নো মোৰ মূৰ নিয়ৰেৰে, আৰু চুলি কোঁচা ৰাতিৰ জল-বিন্দুৰে পূৰ হৈছে।"
[৩] "ময় আপোন অঙ্গ-ৰক্ষক বস্ত্ৰ সোলোকাই থলোঁ, আকৌ কেনেকৈ পিন্ধিম ?
ময় ভৰি ধুখনি ধুলোঁ, কেনেকৈ আকৌ মলিন কৰিম ?"
[৪] মোৰ প্ৰিয়ই দুৱাৰৰ বিন্ধাইদি হাত মেলিলত,
তেওঁলৈ মোৰ মন পুৰিবলৈ ধৰিলে।
[৫] ময় আপোন প্ৰিয়ৰ নিমিত্তে দুৱাৰ মেলিবলৈ উঠিলোঁ ;
তেতিয়া সলখাৰ নাল্ডাল ময় হাতেৰে চোৱাত,
মোৰ হাতৰ পৰা গন্ধৰস,
মোৰ আঙ্গুলিৰ পৰা দ্ৰৱ গন্ধৰস টোপাটোপে পড়িল।
[৬] এই ৰূপে ময় আপোন প্ৰিয়ৰ নিমিত্তে দুৱাৰ মেলি দিলোঁ ;
কিন্তু মোৰ প্ৰিয় গুচি গল।
তেওঁ কথা কওঁতে মোৰ প্ৰাণ ওলাই গল ;
ময় তেওঁক বিচাৰ কৰিলোঁ, কিন্তু তেওঁক নেপালোঁ ;
ময় তেওঁক মাতিলোঁ, কিন্তু তেওঁ মোক উত্তৰ নিদিলে।
[৭] নগৰ-ফুৰোঁতা প্ৰহৰীবোৰে মোক পালে,
সিহঁতে মোক কোবালে, মোক ক্ষতবিক্ষত কৰিলে ;
গড়ৰ প্ৰহৰীবোৰে মোৰ গাৰ পৰা মোৰ জামা কাঢ়ি নিলে।
[৮] হে যিৰূচালেমৰ জিয়াৰীবিলাক, ময় তোমালোকক শপথ দি কৈছোঁ,
তোমালোকে যদি মোৰ প্ৰিয়ক লগ পোৱা,
তেন্তে তেওঁক কবা, যে, ময় প্ৰেমতে পীড়িতা আছোঁ।

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য।

[৯] হে নাৰীবিলাকৰ মাজত পৰম-সুন্দৰি,
আন আন প্ৰিয়তকৈ তোমাৰ প্ৰিয় কিহত উত্তম ?
তুমি যে আমাক এনে শপথ দিছা,
আন আন প্ৰিয়তকৈ তোমাৰ প্ৰিয় কিহত উত্তম ?

চুলম্মীতৰ বাক্য।

[১০] মোৰ প্ৰিয় বগা, আৰু ৰঙচীয়া ;
তেওঁ দহ হাজাৰৰ ভিতৰত অগ্ৰগণ্য।

[১১] তেওঁৰ মূৰ অতি উত্তম নিৰ্ম্মল সোণৰ নিচিনা;
তেওঁৰ চুলি কোঁচা কেঁকোৰাকেঁকুৰী, আৰু
ঢোঁৰা কাউৰিৰ নিচিনা ক'লা।
[১২] তেওঁৰ চকু যোৰি জুৰীৰ দাঁতিত থকা দুটী
কপৌৰ নিচিনা;
তাক যেন গাখীৰেৰেহে ধোৱা হৈছে,
আৰু সেয়ে উত্তমৰূপে পতোৱা মণিৰ সদৃশ।
[১৩] তেওঁৰ গাল দুখনি সুগন্ধি ফুল গছৰ এক
ভেঁটি-স্বৰূপ,
আৰু মচলা উৎপাদক লতাৰ স্তম্ভস্বৰূপ।
তেওঁৰ ওঁঠ দুটী কনাৰি ফুলৰ সদৃশ; তাৰ পৰা
দ্ৰৱ গন্ধৰস টোপ্‌টোপ্‌কৈ পড়ে।
[১৪] তেওঁৰ হাত দুখনি বৈদূৰ্য্য মণি পতোৱা সোণৰ
আঙ্গঠিৰ নিচিনা।
তেওঁৰ শৰীৰ নীলকান্ত মণিৰে ঢকা হাতীদাঁতৰ
শিল্পকৰ্ম্মৰ নিচিনা।
[১৫] তেওঁৰ ভৰি দুখন উত্তম সোণৰ আধাৰত
বহুউৱা বগা শিলৰ দুটী স্তম্ভৰ নিচিনা।
তেওঁ দেখিবলৈ লিবানোনৰ নিচিনা, এৰচ
বৃক্ষৰ নিচিনা উত্তম।
[১৬] তেওঁৰ মুখ অতিশয় মধুৰ; এনে কি, তেওঁ
সম্পূৰ্ণৰূপে মনোহৰ।
হে যিৰূচালেমৰ জীয়াৰীবিলাক, এই জনায়েই
মোৰ প্ৰিয়,
এই জনায়েই মোৰ সখা।

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য।

**৬** হে নাৰীবিলাকৰ মাজত পৰম-সুন্দৰি,
তোমাৰ প্ৰিয় কলৈ গল?
আমি তোমাৰ লগত তোমাৰ প্ৰিয়ক বিচাৰি-
বৰ নিমিত্তে,
তেওঁ কোন পোনে গল তাক কোৱা।

চুলম্মীতৰ বাক্য।

[২] মোৰ প্ৰিয় উদ্যানবোৰত চৰিবৰ নিমিত্তে,
আৰু কনাৰি ফুল গোটাবৰ নিমিত্তে,
আপোন বাৰীলৈ, সুগন্ধি ফুল গছৰ ভেঁটি
কেইটালৈ নামি গল।
[৩]ময় মোৰ প্ৰিয়ৰ, আৰু মোৰ প্ৰিয় মোৰেই,
তেওঁ কনাৰি ফুলনিৰ মাজত আপোনাৰ জাক
চৰায়।

চলোমনৰ বাক্য।

[৪] হে মোৰ প্ৰিয়া, তুমি তিৰ্চাৰ নিচিনা
সুন্দৰী,
যিৰূচালেমৰ সদৃশ ৰূপৱতী,
ধ্বজা থকা সৈন্যসামন্তৰ নিচিনা ভয়ঙ্কৰী।
[৫] তুমি মোৰ পৰা আপোনাৰ চকু দুটী আঁতৰ
কৰা;
কিয়নো সেয়ে মোক পৰাজয় কৰিলে।
তোমাৰ কেশ গিলিয়দ পৰ্ব্বতৰ চালত শুই
থকা ছাগ এজাকৰ নিচিনা।
[৬] তোমাৰ দাঁতবোৰ দুটী দুটী পোৱালি থকা,
আৰু কোনেও পোৱালিৰ পৰা বঞ্চিত
নোহোৱা,
গা ধুৱাই অনা মেৰ এজাকৰ নিচিনা।
[৭] ওৰণীৰ ভিতৰত থকা তোমাৰ কুম দুটী ডালিম
এডুখৰিৰ নিচিনা।
[৮] ষাইঠ জনী ৰাণী আৰু আশী জনী উপ-
পত্নী,
আৰু অসংখ্য যুবতী আছে।
[৯] মোৰ কপোতী, মোৰ শুদ্ধমতী একমাত্ৰ;
তেওঁৰ মাতৃৰ তেৱেঁই অকল এজনী;
তেওঁ আপোন জননীৰ স্নেহপাত্ৰী।
জীয়াৰীবিলাকে তেওঁক দেখি ধন্য বুলিলে;
এনে কি, ৰাণীবিলাকে আৰু উপপত্নীবোৰে
তেওঁক দেখি তেওঁৰ প্ৰশংসা কৰিলে।

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য।

[১০] অৰুণৰ দৰে উদয়কাৰিণী, চন্দ্ৰৰ নিচিনা
সুন্দৰী,
সূৰ্য্যৰ দৰে নিৰ্ম্মলী,
আৰু ধ্বজা থকা সৈন্যসামন্তৰ নিচিনা ভয়ঙ্কৰী
সৌ জনী স্ত্ৰী কোন?

চুলম্মীতৰ বাক্য।

[১১] ময় উপত্যকাত নতুন্‌কৈ গজা পুলিবোৰ
চাবলৈ,
দ্ৰাক্ষালতাই কলি ধৰিছে নে নাই, আৰু
ডালিম ফুলিছে নে নাই,
তাক দেখিবলৈ আক্‌ৰোটৰ বাৰীলৈ নামি
গলোঁ।

[12] মোৰ মনে অকস্মাতে মোক তুলি,
মোৰ ৰাজবংশীয় প্ৰজাবিলাকৰ ৰথত থলে।

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য।

[13] হে চুলম্মীৎ, উলটি আহাঁ, উলটি আহাঁ,
উলটি আহাঁ, উলটি আহাঁ, আমি তোমাক চাওঁ।

চুলম্মীতৰ বাক্য।

মহানয়িমৰ নাচৰ দৰে তোমালোকে চুলম্মীতক কিয় চাবা?

চলোমনৰ বাক্য।

**৭** হে ৰাজকন্যা, জোতাত তোমাৰ ভৰি কেনে শোভা পাইছে!
ধনুৰ আকৃতিৰ তোমাৰ কৰঙন দুটী নিপুণ শিল্পকাৰে কৰা দুটী অলঙ্কাৰৰ নিচিনা।
[2] তোমাৰ নাভিদেশ, মিশ্ৰিত দ্ৰাক্ষাৰসৰ অভাৱ নোহোৱা
ঘূৰণীয়া বাটিৰ নিচিনা।
তোমাৰ উদৰ, কনাৰি ফুলেৰে শোভিত কৰা ঘেঁহু ধানৰ এক দ'মৰ নিচিনা।
[3] তোমাৰ স্তন দুটী মৃগীৰ একেলগে জগা পোৱালি দুটীৰ নিচিনা।
[4] তোমাৰ ডিঙি, হাতীদাঁতৰ স্তম্ভস্বৰূপ ওখ ঘৰৰ নিচিনা;
তোমাৰ নয়ন দুটী, হিচ্‌বোনৰ বৎ-ৰব্বীম বড় দুৱাৰৰ ওচৰত থকা দুটী পুখুৰিৰ নিচিনা;
তোমাৰ নাক, দম্মেচকলৈ মুখ কৰি থকা লিবানোনৰ স্তম্ভস্বৰূপ ওখ ঘৰটোৰ নিচিনা।
[5] তোমাৰ ওপৰত থকা তোমাৰ মূৰটো কৰ্ম্মিলৰ নিচিনা,
আৰু তোমাৰ মূৰৰ চুলি কোঁচা বেঙেনা বৰণীয়া সূতাৰ নিচিনা;
তোমাৰ কেশ-পাশতে ৰজা বন্ধ আছে।
[6] হে প্ৰেম, সন্তোষদায়ক কথাত তুমি কেনে সুন্দৰ আৰু মনোহৰ!
[7] তোমাৰ এই দীৰ্ঘতা খাজুৰ গছৰ দীৰ্ঘতাৰ নিচিনা,
আৰু তোমাৰ স্তন দুটী দোথোপা দ্ৰাক্ষাগুটিৰ নিচিনা।
[8] মই কৈছোঁ, মই খাজুৰ জুপিত উঠিম, আৰু তাৰ বোখাত ধৰিম;
তোমাৰ স্তন দুটী দোথোপা দ্ৰাক্ষাগুটিৰ নিচিনা হওক,
আৰু তোমাৰ নিশ্বাসৰ ঘ্ৰাণ সুমথিৰা টেঙাৰ ঘ্ৰাণৰ নিচিনা হওক;
[9] তোমাৰ মুখ উত্তম দ্ৰাক্ষাৰসৰ নিচিনা হওক।

চুলম্মীতৰ বাক্য।

সেয়ে সহজে মোৰ প্ৰিয়ৰ ডিঙিলৈ যায়,
আৰু টোপনি যোৱা লোকৰ ওঁঠক কথা কোৱায়।
[10] মই মোৰ প্ৰিয়ৰ, আৰু তেওঁৰ বাঞ্ছা মোলৈ;
[11] হে মোৰ প্ৰিয়, বলা, আমি নগৰৰ বাহিৰলৈ যাওঁ,
আৰু গাঁৱত থাকোঁগৈ।
[12] বলা, আমি পুৱাতে উঠি দ্ৰাক্ষা-বাৰীলৈ যাওঁ,
দ্ৰাক্ষালতাই কলি ধৰিছে নে নাই, তাৰ ফুল ফুলিছে নে নাই,
আৰু ডালিম ফুলিছে নে নাই, তাক চাওঁগৈ;
তাত মই তোমাক আপোন প্ৰেম দান কৰিম।
[13] দুদা ফলে আপোন সুঘ্ৰাণ প্ৰদান কৰিছে;
হে মোৰ প্ৰিয়, মই তোমাৰ নিমিত্তে সাঁচি থোৱা
নতুন আৰু পুৰণী সকলো বিধৰ উত্তম উত্তম ফল আমাৰ দুৱাৰবোৰৰ ওপৰত আছে।

**৮** অহ তুমি মোৰ মাতৃৰ স্তন পান কৰা মোৰ ভাইৰ নিচিনা হোৱা হলে, কেনে ভাল আছিল!
তেতিয়া মই আলিত পাই তোমাক চুমা খালোঁহেঁতেন;
তথাপি কোনেও মোক নিন্দা কৰিব নোৱাৰিলেহেঁতেন।
[2] তাতে, তুমি মোক শিক্ষা দিবৰ নিমিত্তে,
মই তোমাক বাট দেখুৱাই মোৰ মাতৃৰ ঘৰলৈ নিলোঁহেঁতেন;
মই তোমাক সুগন্ধি দ্ৰব্য মিহলোৱা দ্ৰাক্ষাৰস,
আৰু মোৰ ডালিমৰ ৰস পান কৰালোঁহেঁতেন।

৩ তেওঁৰ বাঁও হাত মোৰ মূৰৰ তলত আছে,
আৰু তেওঁৰ সোঁ হাতে মোক আলিঙ্গন কৰিছে।
৪ হে যিৰূচালেমৰ জীয়াৰীবিলাক, মই তোমালোকক শপথ দি কৈছোঁ,
প্ৰেমে নিজে ইচ্ছা নকৰেমানলৈকে তোমালোকে প্ৰেমক সাৰ নোপোৱাবা নজগাবা।

উপস্থিত লোকবিলাকৰ বাক্য।

৫ আপোন প্ৰিয়ৰ ওপৰত ভৰ দি অৰণ্যৰ পৰা উঠি অহা সেৌ জনী স্ত্ৰী কোন?

চলোমনৰ বাক্য।

মই সুমথিৰা টেঙা গছৰ তলত তোমাক সাৰ পোৱাইছিলোঁ;
সেৌ তাত তোমাৰ মাতৃয়ে তোমাক প্ৰসব কৰিছিল,
তোমাৰ জননীয়ে সেৌ তাত প্ৰসব কৰিছিল।

চুলম্মীতৰ বাক্য।

৬ তুমি মোক মোহৰৰ দৰে হৃদয়ত,
আৰু মোহৰৰ দৰে আপোন হাতত ৰাখা;
কিয়নো প্ৰেম মৃত্যুৰ নিচিনা বলবান,
আৰু অন্তৰ্জ্বালা চিয়োলৰ নিচিনা নিষ্ঠুৰ;
তাৰ শিখা অগ্নিশিখা, সেয়ে যিহোৱাৰ ঠিক বিজুলীৰ নিচিনা।
৭ জলসমূহেও প্ৰেমক নুমাব নোৱাৰে,
আৰু বাণ পানীয়েও তাক তল নিয়াব নোৱাৰে;
কোনোৱে যদি প্ৰেমৰ নিমিত্তে ঘৰৰ সৰ্ব্বস্বও দিয়ে,
তথাপি তাক একেবাৰে তুচ্ছ কৰা যাব।
৮ আমাৰ এজনী সৰু ভনী আছে, তাইৰ আজিলৈকে স্তন হোৱা নাই;
সেই ভনীক খোজাৰ দিনা, আমি তাইৰ নিমিত্তে কি কৰিম?

চুলম্মীতৰ ভায়েক-ককায়েকবিলাকৰ বাক্য।

৯ তাই যদি গড়স্বৰূপ হয়, তেন্তে আমি তাৰ ওপৰত এটা ৰূপৰ বুৰুজ সাজিম,
নাইবা যদি দুৱাৰস্বৰূপ হয়, তেন্তে এৰচ কাঠৰ তক্তাৰে তাক বন্ধ কৰিম।

চুলম্মীতৰ বাক্য।

১০ মই গড়স্বৰূপ আছিলোঁ, আৰু মোৰ স্তন দুটী তাৰ বুৰুজস্বৰূপ আছিল;
এই নিমিত্তে মই তেওঁৰ দৃষ্টিত অনুগ্ৰহ পাওঁতাৰ নিচিনা হলোঁ।
১১ বাল্-হামোনত চলোমনৰ এখন দ্ৰাক্ষা-বাৰী আছিল;
তেওঁ তাক কেইজনমান ৰখীয়াৰ হাতত সমৰ্পণ কৰিছিল;
তাৰ গুটিৰ নিমিত্তে প্ৰতিজনে এক এক হাজাৰ চেকল ৰূপ আনি দিব লগীয়া হৈছিল।
১২ মোৰ নিজৰ দ্ৰাক্ষা-বাৰী হলে, মোৰ সন্মুখত আছে;
হে চলোমন, ইয়াৰ সেই এক হাজাৰ তোমাৰেই,
আৰু দুশ চেকল ৰূপ গুটি-ৰখীয়া কেইজনৰ হব।

চলোমনৰ বাক্য।

১৩ হে উদ্যানবাসিনি, তোমাৰ লগৰীয়া কেইজনে তোমাৰ স্বৰ শুনিবলৈ কাণ পাতি আছে;
তাক মোকো শুনিবলৈ দিয়া।

চুলম্মীতৰ বাক্য।

১৪ হে মোৰ প্ৰিয়, শীঘ্ৰে বলা,
আৰু সুগন্ধময় পৰ্ব্বতৰ ওপৰত মৃগ নাইবা যুৱা হৰিণৰ সদৃশ হোৱা।

# যিচয়া ভাববাদীৰ পুস্তক।

১ যিহূদা দেশৰ ৰজা উজ্জিয়া, যোথম, আহজ, আৰু হিষ্কিয়াৰ ৰাজত্বৰ কালত আমোচৰ পুত্ৰ যিচয়াই যিহূদা আৰু যিৰূচালেমৰ বিষয়ে পোৱা দৰ্শন।

যিহোৱাই আপোন প্ৰজাবিলাকক মন পালটাবলৈ দিয়া।

২ হে আকাশ-মণ্ডল, শুনা, হে পৃথিবি, কাণ দিয়া; কিয়নো যিহোৱাই কৈছে, মই সন্তানবিলাকক প্ৰতিপালন কৰি ডাঙৰ-দীঘল কৰিলোঁ; কিন্তু সিবিলাকে হলে মোৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ কৰিলে। ৩ গৰুৱে আপোন গৰাকীক আৰু গাধই আপোন গিৰিহঁতৰ দানা-পাত্ৰ জানে; কিন্তু ইস্ৰায়েলে নেজানে, মোৰ প্ৰজাবিলাকে বিবেচনা নকৰে। ৪ হায় হায়, পাপিষ্ঠ জাতি, অপৰাধত ভাৰগ্ৰস্ত লোক, কুকৰ্ম্মীহঁতৰ বংশ, আপোনাকে ভ্ৰষ্ট কৰোঁতা সন্তানবিলাক! সিবিলাকে যিহোৱাক ত্যাগ কৰিলে, ইস্ৰায়েলৰ পবিত্ৰ জনাক হেয়জ্ঞান কৰিলে; সিবিলাক সুপথৰ পৰা পাছ হুঁহকি গল। ৫ তোমালোকে যে বিদ্ৰোহ-আচৰণ কৰি থাকা, তোমালোকে নো আৰু কিয় প্ৰহাৰিত হবা? গোটেইটো মূৰ পীড়িত, আৰু গোটেই মন দুৰ্ব্বল। ৬ ভৰিৰ তলুৱাৰে পৰা মূৰলৈকে গাটোত কোনো সুস্থতা নাই; কেৱল ক্ষত, কোবৰ সাঁচ, আৰু পকা ঘা; সেইবোৰ চেপা নাই, বন্ধা নাই, তেলেৰে কোমল কৰাও হোৱা নাই। ৭ তোমালোকৰ দেশ উচ্ছন্ন হৈছে; তোমালোকৰ নগৰবোৰ অগ্নিৰে দগ্ধ কৰা হৈছে; বিদেশী লোকে তোমালোকৰ চকুৰ আগতে তোমালোকৰ মাটিৰ শস্য ভোগ কৰিছে; আৰু সেয়ে বিদেশীবিলাকৰ দ্বাৰায় বিনষ্ট হোৱাৰ দৰে ধ্বংস হৈছে। ৮ দ্ৰাক্ষা-বাৰীৰ পজা, তিয়ঁহনিৰ টঙি, বা অৱৰোধ কৰা নগৰৰ দৰে চিয়োন-জীয়াৰী পৰিত্যক্তা হৈছে। ৯ বাহিনীবিলাকৰ যিহোৱাই আমাৰ নিমিত্তে অলপ অৱশিষ্ট নৰখা হলে, আমি চদোমৰ নিচিনা, আৰু ঘমোৰাৰ তুল্য হলোঁহেঁতেন।

১০ হে চদোমীয়া শাসনকৰ্ত্তাবিলাক, যিহোৱাৰ বাক্য শুনা; আৰু হে ঘমোৰীয়া জাতি, আমাৰ ঈশ্বৰৰ ব্যৱস্থালৈ কাণ দিয়া। ১১ যিহোৱাই কৈছে, তোমালোকৰ অনেক বলিদানত মোৰ প্ৰয়োজন কি? মেৰৰ আহুতিৰে আৰু পুষ্ট পশুৰ তেলেৰে মই পৰিপূৰ্ণ আছোঁ; ততৰা, কি মেৰ, কি ছাগবোৰৰ তেজত মোৰ একো সন্তোষ নাই। ১২ তোমালোক যেতিয়া মোৰ আগত উপস্থিত হোৱা, তেতিয়া তোমালোকে যে মোৰ চোঁতাল কেইখন গচকা, ইয়াকে তোমালোকক কোনে খুজিছিল? ১৩ অনৰ্থক নৈবেদ্য আৰু নানিবা; ধূপ-দাহ মোলৈ ঘিণলগীয়া; ন-জোন, বিশ্ৰাম-বাৰ, আৰু সভাৰ ঘোষণা এইবোৰো মোৰ ঘিণলগীয়া; অধৰ্ম্ম-যুক্ত পৰ্ব্বদিন মই সহিব নোৱাৰোঁ। ১৪ মোৰ প্ৰাণে তোমালোকৰ ন-জোন আৰু তোমালোকৰ নিৰূপিত উৎসৱবোৰ ঘিণ কৰে; সেইবোৰ মোলৈ ভাৰস্বৰূপ হল; সেইবোৰ বৈ মই শ্ৰান্ত হলোঁ। ১৫ তোমালোকে হাত মেলিলে, মই তোমালোকৰ পৰা নিজ চকু ঢাকিম; এনে কি, তোমালোকে বিস্তৰ প্ৰাৰ্থনা কৰিলেও মই নুশুনিম; তোমালোকৰ হাত তেজেৰে পূৰ হৈছে। ১৬ তোমালোকে আপোনাবিলাকক ধুই শুচি হোৱা; মোৰ চকুৰ আগৰ পৰা আপোন আপোন কৰ্ম্মৰ দুষ্টতা দূৰ কৰা; কদাচৰণ ত্যাগ কৰা, সদাচৰণ শিক্ষা কৰা; ১৭ ন্যায় বিচাৰ কৰিবলৈ পুৰুষাৰ্থ কৰা, অত্যাচাৰীক দণ্ড দিয়া, পিতৃহীনৰ বিচাৰ কৰা, বিধৱাৰ নিমিত্তে প্ৰতিবাদ কৰা।

১৮ যিহোৱাই কৈছে, আহাঁ, আমি তৰ্কবিতৰ্ক কৰোঁহক; তোমালোকৰ পাপবোৰ সিন্দূৰ

বরণীয়া হলেও, হিমর দরে বগা করা হব; আরু লার নিচিনা রঙা হলেও, মেরর নোমর দরে হৈ পড়িব। ১৯ তোমালোকে যদি সন্মত হৈ আজ্ঞার বশবর্ত্তী হোবা, তেন্তে দেশর উত্তম উত্তম ফল ভোগ করিবলৈ পাবা; ২০ কিন্তু যদি অসন্মত হৈ বিদ্রোহ-আচরণ করা, তেন্তে তরোবালর দ্বারায় গ্রাসিত হবা, কিয়নো যিহোবার মুখে এই কথা কলে।

২১ সতী নগরী কেনে বেশ্যা হল! তাই ন্যায় বিচারেরে পরিপূর্ণা আছিল; তাইত ধার্ম্মিকতা বাস করিছিল; কিন্তু এতিয়া নর-বধীবোরে বাস করে। ২২ তোমার রূপ ভঁজুবা হৈ পড়িল, তোমার দ্রাক্ষারস পানীরে মিহলি হল। ২৩ তোমার শাসনকর্ত্তাবিলাক বিদ্রোহী আরু চোরর সঙ্গী; সিবিলাক প্রতিজনে ভেঁটি ভাল পায়, আরু উপহারলৈ হেপাহ করে; সিবিলাকে পিতৃহীনর বিচার নকরে, নাইবা বিধবার গোচর সিবিলাকর গুরি নেপায়।

২৪ এই নিমিত্তে বাহিনীবিলাকর যিহোবা প্রভুবে, ইস্রায়েলর পরাক্রমী জনাই কৈছে, অহ, মই আপোন শত্রুবোরক প্রতিফল দি শান্তি পাম, আরু আপোন বৈরীবোরর প্রতীকার সাধিম; ২৫ আরু তোমার ওপরত হাত দি, তোমাক খপি তোমার ভাঁজ নিচেইকৈ দূর করিম, আরু তোমার আটাই রাং নাইকিয়া করিম; ২৬ আরু আগর কালর দরে মই তোমার বিচারকর্ত্তাবিলাকক, আরু প্রথম কালর দরে তোমার মন্ত্রীবিলাকক পুনরায় স্থাপন করিম; তার পাছে তুমি ধর্ম্মপুরী, সতী নগরী নামেরে প্রখ্যাত হবা। ২৭ চিয়োন ন্যায় বিচারর দ্বারায়, আরু যি লোকবিলাক পালটি আহিব, সেই লোকবিলাক ধার্ম্মিকতার দ্বারায় মুক্ত হব। ২৮ কিন্তু বিদ্রোহী আরু পাপীবোরর বিনাশ সেই একে সময়তে ঘটিব, আরু যিহোবাক ত্যাগ করাবোরক নষ্ট করা হব। ২৯ কিয়নো লোকবিলাকে তোমালোকর অভিলষিত এলা বৃক্ষবোরর বিষয়ে লাজ পাব, আরু তোমালোক আপোনাবিলাকর মনোনীত উদ্যানবোরর বিষয়ে বিবর্ণ হবা। ৩০ কারণ তোমালোক পাত সেরেলা পড়া এলা গছর, আরু পানী নথকা উদ্যানর নিচিনা হবা। ৩১ পরাক্রমী লোক শণ ফনিয়াওঁতে ওলোবা যোঁট লগা আঁহর নিচিনা, আরু তার কর্ম্ম ফিরিঙতীর দরে হব; তাতে কোনেও নুমাব নোবরাকৈ দুয়ো একেলগে প্রজ্বলিত হব।

চিয়োনর ভাবী গৌরব। আহিব লগা যিহোবার ক্রোধর দিন।

**২** যিহুদার আরু যিরূচালেমর বিষয়ে আমোচর পুত্র যিচয়াই দর্শনত পোবা বাক্য।

২ অন্তিম কালত এই রূপ ঘটিব, যে, যিহোবার গৃহর পর্ব্বতটো পর্ব্বতবোরতকৈয়ো ওখত স্থাপন করা হব, আরু গিরিবোরতকৈয়ো ওখ করা হব; তাতে সকলো জাতি সোঁত বোবার দরে তালৈ বৈ যাব। ৩ অনেক জাতিয়ে ওলাই কব, "বলা, আমি যিহোবার পর্ব্বতটোলৈ, যাকোবর ঈশ্বরর গৃহটোলৈ উঠি যাওঁহঁক; তেওঁ আমাক আপোন পথর বিষয়ে শিক্ষা দিব; তাতে আমি তেওঁর পথত গমন করিম।" কিয়নো চিয়োনর পরা ব্যবস্থা আরু যিরূচালেমর পরা যিহোবার বাক্য ওলাব। ৪ তেওঁ জাতিবোরর মাজত সোধ করিব, আরু অনেক জাতির নিমিত্তে বিচার নিষ্পত্তি করিব; তাতে সিহঁতে আপোন আপোন তরোবাল ভাঙ্গি নাঙ্গলর ফাল গঢ়াব, আরু আপোন আপোন বড়শা ভাঙ্গি কলম-কটারি গঢ়াই লব। এক জাতিয়ে আন জাতির বিরুদ্ধে তরোবাল নেদাঙিব, সিহঁতে যুদ্ধবিদ্যা আরু নিশিকিব।

৫ হে যাকোবর বংশ, আহঁা, আমি যিহোবার দীপ্তিতে চলি যাওঁহঁক। ৬ কিয়নো তুমি আপোন প্রজা যাকোবর বংশক ত্যাগ করিলা; কারণ সিবিলাক পূর্ব্বদেশীয় রীতিরে পরিপূর্ণ, পলেষ্টীয়াবিলাকর দরে গণক, আরু সিবিলাকে বিজাতীয় সন্তানবিলাকর লগত সন্ধি পাতে। ৭ সিবিলাকর দেশ রূপ আরু সোণেরে পরিপূর্ণ, আরু সিবিলাকর বহুমূল্য বস্তুর সীমা নাই; সিবিলাকর দেশ ঘোঁরারে ভরি আছে, আরু সিবিলাকর রথ অসংখ্য। ৮ মূর্ত্তিরে সিবিলাকর দেশ পরিপূর্ণ; সিবিলাকে আপোন আপোন হাতে করা, আপোন আপোন আঙ্গুলিরে সজা বস্তুর আগত প্রণিপাত করে। ৯ এই হেতুকে সামান্য লোকে তল মুখ করিছে, আরু বড়

লোক নত হৈছে, আৰু তুমি সিবিলাকক ক্ষমা নকৰিবা। [১০] যিহোৱাৰ ভয়ানকতাৰ পৰা, আৰু তেওঁৰ শ্ৰীৰ প্ৰতাপৰ পৰা তোমালোক শিলত সোমোৱা আৰু ধূলিত লুকুৱা। [১১] মানুহৰ উৰ্দ্ধদৃষ্টি অৱনত হব, আৰু লোকবিলাকৰ গৰ্ব্ব খৰ্ব্ব হব; আৰু সেই দিনা কেৱল যিহোৱাহে উন্নত হব। [১২] কিয়নো গৰ্ব্বী, অহঙ্কাৰী, আৰু উন্নত হোৱা সকলোৰে বিৰুদ্ধে বাহিনীবিলাকৰ যিহোৱাৰ এক দিন আহিব, আৰু সকলোৱেই নত হব। [১৩] আৰু সেই দিন লিবানোনৰ ওখ আৰু উন্নত সকলো এৰচ বৃক্ষৰ, বাচানৰ সকলো অল্লোন বৃক্ষৰ, [১৪] সকলো ওখ পৰ্ব্বতৰ, আটাই উচ্চ গিৰিৰ, [১৫] সকলো ওখ কোঁঠৰ, সকলো দৃঢ় গড়ৰ, [১৬] তৰ্চীচৰ সকলো জাহাজৰ, আৰু সকলো মনোহৰ বস্তুৰ অহিতে হব। [১৭] তাতে মানুহৰ উচ্চতা অৱনত হব, আৰু লোকবিলাকৰ গৰ্ব্ব খৰ্ব্ব হব; সেই দিনা কেৱল যিহোৱাহে উন্নত হব। [১৮] আৰু মূৰ্ত্তিবোৰ নিচেইকৈ লুপ্ত হব। [১৯] যেতিয়া যিহোৱাই পৃথিৱীক কঁপাবলৈ উঠিব, তেতিয়া তেওঁৰ ভয়ানকতাৰ পৰা, আৰু তেওঁৰ শ্ৰীৰ প্ৰতাপৰ পৰা লোকবিলাক শিলৰ খোৰোঙত আৰু মাটিৰ গাঁতত সোমাব। [২০] যিহোৱাই পৃথিৱীক কঁপাবলৈ উঠোঁতে, তেওঁৰ ভয়ানকতাৰ পৰা, আৰু তেওঁৰ শ্ৰীৰ প্ৰতাপৰ পৰা লোকে পৰ্ব্বতৰ গুহাত আৰু শিলৰ ফাটত সোমাবৰ মনেৰে, [২১] সেই দিনা, মানুহে সেৱা কৰিবৰ অৰ্থে সজা আপোনাৰ সোণৰ আৰু ৰূপৰ মূৰ্ত্তিবোৰ এন্দুৰ আৰু বাদুলিৰ আগলৈ পেলাই দিব। [২২] নাকৰ বিন্ধাত নিশ্বাস থকা মনুষ্যৰ আশ্ৰয় তোমালোকে এৰি যোৱা; কিয়নো সি কিহত গণ্য হব পাৰে?

৩ কিয়নো দেখা, বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে যিৰূচালেম আৰু যিহূদাৰ পৰা লাখুটি আৰু লাঠি, অন্নৰূপ গোটেই লাখুটি, আৰু জলৰূপ গোটেই লাখুটি, [২] বীৰ আৰু যুদ্ধাৰু, বিচাৰকৰ্ত্তা আৰু ভাববাদী, মঙ্গলতী আৰু বৃদ্ধ লোক, [৩] পঞ্চাশপতি আৰু মান্যবন্ত লোক, মন্ত্ৰী, শিল্পকাৰী, আৰু নিপুণ মায়াৱী, এই সকলোকে দূৰ কৰিব। [৪] আৰু মই লৰাবিলাকক সিবিলাকৰ অধিপতি কৰিম, আৰু শিশুবিলাকে সিবিলাকৰ ওপৰত শাসন কৰিব। [৫] আৰু প্ৰজাবিলাক প্ৰতিজনে ইজনে সিজনৰ পৰা, আৰু আপোন আপোন চুবুৰীয়াৰ পৰা উপদ্ৰৱ পাব; লৰাই বৃদ্ধৰ অহিতে, আৰু নীহ লোকে মান্যবন্ত লোকৰ অহিতে গৰ্ব্ব-আচৰণ কৰিব। [৬] যেতিয়া কোনো মানুহে আপোন ভাইৰ পিতৃৰ ঘৰত তাক ধৰি কব, "আহাঁ, তোমাৰ বস্ত্ৰ আছে, তুমি আমাৰ ওপৰত অধিপতি হোৱা, এই ধ্বংস হোৱা ৰাজ্য তোমাৰ হস্তগত হওক," [৭] তেতিয়া সেই দিনা সি দৃঢ়কৈ কব, "মই সুস্থকাৰী নহওঁ; কিয়নো মোৰ ঘৰত আহাৰ আৰু বস্ত্ৰ একোৱেই নাই; এই হেতুকে তোমালোকে প্ৰজাবিলাকৰ ওপৰত মোক অধিপতি নেপাতিবা।" [৮] কিয়নো যিৰূচালেম বিনষ্ট আৰু যিহূদা পতিত হৈছে; কাৰণ যিহোৱাৰ প্ৰতাপযুক্ত নয়নৰ ক্ৰোধ জন্মাবলৈ সিবিলাকৰ জিবা আৰু কাৰ্য্য তেওঁৰ বিৰুদ্ধে হৈছে। [৯] সিবিলাকৰ মুখ-চোৱা কাৰ্য্যই সিবিলাকৰ অহিতে সাক্ষ্য দিয়ে, আৰু সিবিলাকে আপোন আপোন পাপ গোপন নকৰি চদোমৰ দৰে প্ৰকাশ কৰে। সিবিলাকৰ প্ৰাণৰ সন্তাপ হব; কিয়নো সিবিলাকে নিজৰ অপকাৰ নিজেই কৰিলে। [১০] তোমালোকে ধাৰ্ম্মিক লোকৰ বিষয়ে কোৱা, যে, সিবিলাকৰ মঙ্গল হব; কিয়নো সিবিলাকে আপোন আপোন কাৰ্য্যৰ ফল ভোগ কৰিব। [১১] দুষ্ট লোকৰ সন্তাপ হব, তাৰ অমঙ্গল হব; কিয়নো তাৰ কাৰ্য্যৰ ফল তাক দিয়া যাব। [১২] হায় হায়, মোৰ প্ৰজাবিলাক! লৰাবিলাকে সিবিলাকক উপদ্ৰৱ কৰে, আৰু তিৰুতাবিলাকে সিবিলাকৰ ওপৰত প্ৰভুত্ব কৰে। হে মোৰ প্ৰজাবিলাক, তোমালোকক চলাওঁতাবোৰে তোমালোকক ভ্ৰান্ত কৰে, আৰু তোমালোকৰ গমনৰ পথ নষ্ট কৰে। [১৩] যিহোৱাই প্ৰতিবাদ কৰিবলৈ উঠিছে, আৰু জাতিবিলাকৰ বিচাৰ কৰিবলৈ থিয় হৈছে। [১৪] যিহোৱাই আপোন প্ৰজাবিলাকৰ বৃদ্ধলোক আৰু অধ্যক্ষবিলাকে সৈতে বিচাৰত উপস্থিত হৈ কব, তোমালোকেই দ্ৰাক্ষা-বাৰীখন খাই পেলালা, আৰু দৰিদ্ৰবিলাকৰ পৰা কাঢ়ি নিয়া বস্তু তোমালোকৰ ঘৰতেই আছে। [১৫] বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে কৈছে, তোমালোকৰ কি হল, যে, তোমালোকে মোৰ প্ৰজাবিলাকক

গুড়ি করিছা, আরু দুঃখীয়াবিলাকর মুখ পিহিছা?

[১৬] যিহোৱাই আরু কলে, চিয়োনর জীয়ারী-বিলাকে অহঙ্কারী হৈ, আপোন আপোন ডিঙি ফুলাই কামদৃষ্টিরে ফুরে, চুটী চুটীকৈ খোজ চলায়, আরু ভরিরে ঝুনুক ঝুনুক শবদ করে। [১৭] এই হেতুকে যিহোৱাই চিয়োনর জীয়ারী-বিলাকর মুর টকলা করিব, আরু যিহোৱাই সিহঁতর গুপ্ত অঙ্গ অনাবৃত করিব। [১৮] সেই দিনা প্রভুৱে সিহঁতর নেপুর, জালিকটা টুপি, চন্দ্রহার, [১৯] উভি, খারু, ওরণী, [২০] কঁপালী, ভরির শিকলি, টঙালি, সুগন্ধি দ্রব্যর টেমা, তাবীজ, [২১] আঙঠি, নথ, [২২] উৎসৱর সাজ, জামা, শাল কাপর, থুনুপাক, [২৩] হাত-দাপন, মিহি শণ সূতার বস্ত্র, পাগুরি, আরু দীঘল ওরণী, এই সকলো শোভার বস্তু কাঢ়ি লব। [২৪] তাতে সুগন্ধর সলনি দুর্গন্ধ, টঙালির সলনি লেজু, পরিপাটীকৈ রখা চুলির সলনি টকলা মুর, দীঘল পরিধান বস্ত্রর সলনি চটর কঁকালী, আরু সৌন্দর্য্যর সলনি পোড়া দাগ হব। [২৫] তোমার পুরুষবিলাক তরোৱালর দ্বারায়, আরু তোমার বীরবিলাক রণত পতিত হব। [২৬] চিয়োনর রাজ-দুৱারবোরে ক্রন্দন আরু বিলাপ করিব, আরু চিয়োন অনাথিনী হৈ মাটিত বহিব।

**৪** সেই দিনা সাত জনী তিরুতাই এজন পুরুষক ধরি কব, আমি আমার নিজরেই অন্ন খাম, আরু নিজরেই কাপর পিন্ধিম; কেৱল তোমার নামেরে আমাক আখ্যাত হবলৈ দিয়া; তুমি আমার অপমান দূর করা।

ইস্রায়েলর শেষ শুভগতি।

[২] সেই দিনা ইস্রায়েলর মাজত যিবিলাকে রক্ষা পাব, যিহোৱার পোখা সিবিলাকর ভূষণ আরু প্রতাপ হব, আরু পৃথিবীর উৎপন্ন ফলটী সিবিলাকর শোভা আরু মুকুটস্বরূপ হব। [৩] যেতিয়া প্রভুৱে বিচার করোঁতা আরু দগ্ধ করোঁতা আত্মার দ্বারায় চিয়োনর জীয়ারী-বিলাকর মল ধুই পেলাব, আরু যিরূচালেমর মাজর পরা তার তেজ দূর করি দিব, [৪] তেতিয়া চিয়োনত অবশিষ্ট থকা, যিরূচালেমত বাকী থকা, যিরূচালেমত জীৱনপুস্তকত লিখা প্রতি-জনেই পবিত্র বুলি প্রখ্যাত হব। [৫] পাছে যিহোৱাই চিয়োন পর্ব্বতর সকলো ঠাইর ওপরত, আরু তার সকলো ধর্ম্ম-সভার ওপরত দিনত মেঘ আরু ধুঁৱা, আরু রাতি জলন্ত অগ্নিশিখা সৃষ্টি করিব; কিয়নো সমুদায় প্রতাপর ওপরত এখন চন্দ্রতাপ হব। [৬] আরু দিনত গরম নিবা-রণ করা ছাঁর অর্থে, আরু ধুমুহা ও বৃষ্টির সময়ত আশ্রয় আরু আঁর লোৱা ঠাইর অর্থে এটা পজা হব।

দ্রাক্ষা-বারীর দৃষ্টান্ত।

**৫** মোর প্রিয়র উদ্দেশে, তেওঁর দ্রাক্ষা-বারী-বিষয়ক মোর প্রিয়র এটী গীত গাওঁহঁক। অতি উর্ব্বরা কোনো এক পর্ব্বতত মোর প্রিয়র এখন দ্রাক্ষা-বারী আছিল। [২] তেওঁ তাক খানি খানি তার পরা শিলবোর উলিয়াই পেলালে, তাত উত্তম দ্রাক্ষালতা রুলে, তার মাজত ওখ ঘর সাজিলে, আরু তাত এটা দ্রাক্ষা-কুণ্ডও শিলত খানিলে; পাছে দ্রাক্ষাগুটি লাগিবলৈ তেওঁ অপেক্ষা করি থাকিল, কিন্তু তাত বনরীয়া দ্রাক্ষাগুটি লাগিল। [৩] এতিয়া বিনয় করোঁ, হে যিরূচালেম-নিবাসিবিলাক আরু যিহূদার লোক, তোমালোকে মোর আরু মোর দ্রাক্ষা-বারীর মাজত বিচার করা। [৪] ময় আপোন দ্রাক্ষা-বারীলৈ যি যি করিলোঁ, তাত্কৈ আরু কি অধিক করিব পারি? ময় দ্রাক্ষাগুটি লাগিবর অপেক্ষারে থাকোঁতে, কিয় তাত বনরীয়া দ্রাক্ষাগুটি লাগিল? [৫] এই হেতুকে এতিয়া শুনা, ময় আপোন দ্রাক্ষা-বারীলৈ যি করিম, তাক তোমালোকক জনাওঁ; ময় তার বেরা গুচাম, তাতে তাক খাই পেলাব; আরু তার গড় ভাঙ্গি তাক গচকিবলৈ দিম। [৬] ময় তাক উচ্ছন্ন করিম; তার লতাবোর কলম দিয়া নেযাব, আরু তাত কোর মরা নেযাব, কিন্তু তাত কাঁইট গছ আরু কাঁইটীয়া বনর হাবি হব; আরু তার ওপরত বৃষ্টি নবর্ষাবলৈ ময় মেঘবোরক আজ্ঞা করিম। [৭] কিয়নো ইস্রায়েল বংশেই বাহিনী-বিলাকর যিহোৱার দ্রাক্ষা-বারী, আরু যিহূদার লোকবিলাকেই তেওঁর এক মনোরম্য পুলি; তেওঁ ন্যায়লৈ বাট চাই আছিল, কিন্তু দেখা, অত্যাচার ঘটিল; আরু ধার্ম্মিকতালৈ

অপেক্ষা করিছিল, কিন্তু দেখা, চিঞর-বাখর হল।

ইস্রায়েলর নানা দোষ ; সিবিলাকে ভোগ করিব লগীয়া দণ্ড।

[৮] কোনো শূন্য ঠাই নথকাকৈ তোমালোকে দেশত অকলে থাকিবলৈ নোপোৱালৈকে, ঘরত ঘর লগোৱা, আৰু পথারত পথার যোগ দিয়া যি তোমালোক, তোমালোকর সন্তাপ হব। [৯] বাহিনীবিলাকর যিহোৱাই মোক স্পষ্টকৈ কৈছে, যে, নিশ্চয়ে অনেক ঘর, এনে কি, ডাঙর আৰু সুন্দর ঘরবোর কোনো প্রাণী নথকাকৈ ধ্বংস হব। [১০] কিয়নো দ্রাক্ষা-বারীর দহ বিঘা মাটিয়ে এক বৎ দ্রাক্ষারস উৎপন্ন করিব, আৰু এক হোমর কঠিয়াই এক ঐফা শস্য উৎপন্ন করিব।

[১১] যিবোরে সুরাপানত আসক্ত হবলৈ অতি রাতিপুৱাতে উঠে, যিবোরে দ্রাক্ষারসে মতলীয়া নকরেমানে বহুরাতিলৈকে থাকে, সিহঁতর সন্তাপ হব। [১২] সিহঁতর ভোজর আয়োজন বীণা, নেবল, খঞ্জরি, বাঁহী, আৰু দ্রাক্ষারস ; কিন্তু সিহঁতে যিহোৱার কার্য্যলৈ মন নকরে, তেওঁর হাতর ক্রিয়া বিবেচনা নকরে। [১৩] এই হেতুকে জ্ঞানর অভাৱত মোর প্রজাবিলাকক দেশান্তরলৈ নিয়া হৈছে, সিবিলাকর মান্যৱন্ত লোক ভোকত আতুর হৈছে, আৰু সিবিলাকর লোকসমূহক পিয়াহে শুহিছে। [১৪] এই নিমিত্তে চিয়োলে আপোনার অভিলাষ বঢ়াই অপরিমিতরূপে আপোনার মুখ মেলিছে, আৰু যিরূচালেমর আদরণীয়বিলাক, লোকসমূহ, আড়ম্বর, আৰু তাত আনন্দ করোঁতা জন তালৈ নামি গৈছে। [১৫] আৰু সামান্য লোকে তল মুখ করিছে, বড় লোক নত হৈছে, আৰু অহঙ্কারীবোরর দৃষ্টি নত হৈছে ; [১৬] কিন্তু বাহিনীবিলাকর যিহোৱা বিচারত উন্নত হৈছে, আৰু পবিত্র ঈশ্বর ধার্ম্মিকতাত পবিত্রীকৃত হৈছে। [১৭] আৰু মের পোৱালিবোরে আপোনার চরণীত চরার দরে চরিছে, আৰু ভ্রমি ফুরোঁতাবিলাকে হৃষ্টপুষ্টবিলাকর ধ্বংস ঠাই ভোগ করিছে।

[১৮] যিবোরে অসারতারূপ লেজুরে অপরাধ, আৰু রচিরে গাড়ী টনার দরে পাপ টানি নিয়ে, [১৯] যিবোরে কয়, যে, তেওঁ বেগ করোক, আমি দেখিবর নিমিত্তে তেওঁ আপোনার কার্য্য শীঘ্রে করোক, আৰু আমি জানিবর নিমিত্তে ইস্রায়েলর পবিত্র জনার কল্পনা উপস্থিত হওক, সিদ্ধ হওক, সিহঁতর সন্তাপ হব।

[২০] যিবোরে বেয়াক ভাল আৰু ভালক বেয়া বোলে, পোহরক আন্ধার আৰু আন্ধারক পোহর বোধ করে, আৰু মিঠাক তিতা আৰু তিতাক মিঠা জ্ঞান করে, সিহঁতর সন্তাপ হব।

[২১] যিবোরে আপোন আপোন দৃষ্টিত জ্ঞানবান, আৰু আপোন আপোন জ্ঞানত বুদ্ধিমান, সিহঁতর সন্তাপ হব।

[২২] যিবোরে দ্রাক্ষারস পান করাত বীর, আৰু সুরা মিহলি করাত পরাক্রমী, সিহঁতর সন্তাপ হব। [২৩] সিহঁতে ভেঁটির নিমিত্তে দুষ্টক নির্দ্দোষী করে, আৰু ধার্ম্মিকবিলাকর পরা ধার্ম্মিকতা দূর করে। [২৪] এই হেতুকে জুইর জিবাই যেনেকৈ নরা গ্রাস করে, আৰু অগ্নিশিখাত যেনেকৈ শুকান ঘাঁহ ভস্ম হৈ যায়, তেনেকৈ সিহঁতর মূল পচা কাঠর নিচিনা হব, আৰু সিহঁতর ফুল ধূলির নিচিনাকৈ উড়ি যাব ; কিয়নো সিহঁতে বাহিনীবিলাকর যিহোৱার ব্যবস্থা অগ্রাহ্য করিলে, আৰু ইস্রায়েলর পবিত্র জনার বাক্য তুচ্ছজ্ঞান করিলে।

[২৫] এই হেতুকে আপোন প্রজাবিলাকর বিরুদ্ধে যিহোৱার ক্রোধ প্রজ্বলিত হল, আৰু তেওঁ সিবিলাকর অহিতে হাত মেলি সিবিলাকক প্রহার করিলে ; তাতে পর্ব্বতবোর কঁপিল, আৰু বাটর মাজত শববোর জাবরর নিচিনা হল। তথাপি এই সকলোতো তেওঁর ক্রোধ থমা নাই, কিন্তু তেওঁর হাত এতিয়াও মেলা হৈয়ে আছে। [২৬] তেওঁ দূরৈর পরা জাতিবিলাকর নিমিত্তে ধ্বজা তুলিব, আৰু পৃথিবীর অন্তরে পরা সিহঁতর নিমিত্তে সুহুরি মারিব ; তাতে সিহঁত বেগী হৈ শীঘ্রে আহিব। [২৭] সিহঁতর মাজত কোনেও ক্লান্ত নহব, নাইবা উজুটি নেখাব ; কোনেও নোটোপনিয়াব, বা নিদ্রা নেযাব, আৰু সিহঁতর কটিবন্ধন সুলকি নেযাব, আৰু জোতার রচিও নিছিগিব। [২৮] সিহঁতর কাঁড় চোকা, আৰু আটাই ধনু ভিরোৱা ; সিহঁতর ঘোঁরাবোরর খুরা চকমকি পাথরর নিচিনা

গণিত হব; আৰু সিঁহতৰ চক্ৰবোৰ বামাৰলি বতাহৰ নিচিনা হব; [২৯] সিঁহতৰ গৰ্জ্জন সিংহৰ গৰ্জ্জনৰ নিচিনা হব; সিঁহতে যুবা সিংহৰ দৰে গুঞ্জৰিব, এনে কি, সিঁহতে গুঞ্জৰি চিকাৰ ধৰি নিৰাপদে লৈ যাব, উদ্ধাৰ কৰোঁতা কোনো নহব। [৩০] সেই দিনা সিঁহতে সিবিলাকৰ বিৰুদ্ধে সমুদ্ৰৰ গৰ্জ্জনৰ নিচিনাকৈ গৰ্জ্জিব; তাতে কোনোৱে যদি ভূমিলৈ চাই পঠায়, তেন্তে কেৱল অন্ধকাৰ আৰু সঙ্কট দেখিব, আৰু তাৰ মেঘ-মণ্ডলত পোহৰ অন্ধকাৰময় হব।

কাৰ্য্যত নিযুক্ত হোৱা যিচয়াৰ দৰ্শন।

৬ উজ্জিয়া ৰজাৰ মৃত্যু হোৱা বছৰত, ময় প্ৰভুক এখন উচ্চ আৰু উন্নত সিংহাসনত বহি থকা দেখিলোঁ; তেওঁৰ ৰাজবস্ত্ৰৰ আঁচলে গোটেই মন্দিৰ জুৰি লৈছিল। [২] তেওঁৰ ওচৰৰ উচ্চস্থানত চিৰাফবিলাক থিয় হৈ আছিল; সিবিলাকৰ প্ৰতিজনৰ ছখন ছখন ডেউকা আছিল; সিবিলাকে তাৰ ছখনেৰে আপোন আপোন মুখ ঢাকে, ছখনেৰে চৰণ ঢাকে, আৰু ছখনেৰে উড়ি যায়। [৩] পাছে সিবিলাকে পৰস্পৰে মাতি কলে, "পবিত্ৰ, পবিত্ৰ, পবিত্ৰ, বাহিনীবিলাকৰ যিহোৱা, গোটেই পৃথিবী তেওঁৰ মহিমাৰে পৰিপূৰ্ণ।" [৪] তেতিয়া মাত লগোৱা জনৰ মাতত ডুৱাৰডলিৰ তলৰ ঠাইবোৰ কঁপিবলৈ ধৰিলে, আৰু গৃহটীও ধোঁৱাৰে পৰিপূৰ্ণ হল। [৫] তাতে ময় কলোঁ, হায় হায়, ময় নষ্ট হলোঁ, কিয়নো ময় অশুচি ওঁঠৰ মানুহ, আৰু অশুচি ওঁঠ থকা লোকৰ মাজত বাস কৰিছোঁ; কাৰণ ময় নিজ চকুৰে বাহিনীবিলাকৰ ৰজা যিহোৱাক দেখিবলৈ পালোঁ। [৬] পাছে সেই চিৰাফবিলাকৰ মাজৰ এজনে যজ্ঞবেদিৰ পৰা চেপেনাৰে এটা আঙঠা লৈ মোৰ গুৰিলৈ উড়ি আহিল। [৭] আৰু তেওঁ তাক মোৰ মুখত লগাই কলে, দেখা, ইয়াক তোমাৰ ওঁঠত লগোৱা হল; এতেকে তোমাৰ অপৰাধ গুচিল, আৰু তোমাৰ পাপ মোচন হল। [৮] পাছে ময় প্ৰভুৰ মাত শুনিবলৈ পালোঁ, তেওঁ কলে, ময় কাক পঠাম? আৰু আমাৰ পক্ষে কোন যাব? তাতে ময় কলোঁ, দেখোক, ময় আছোঁ, মোকে পঠাওক। [৯] তেতিয়া তেওঁ মোক কলে, তুমি সেই জাতিৰ ওচৰলৈ গৈ কোৱা, তোমালোকে শুনি থাকা, কিন্তু নুবুজিবা; আৰু চাই থাকা, কিন্তু নেজানিবা। [১০] তুমি সেই জাতিৰ মন তোতোহা কৰা, কাণ গধুৰ কৰা, আৰু সিবিলাকৰ চকু লেও দি বন্ধ কৰা; নকৰিলে, সিবিলাকে চকুৰে দেখি, কাণেৰে শুনি, আৰু মনেৰে বুজি মন পালটাই সুস্থ হব। [১১] তেতিয়া ময় সুধিলোঁ, হে প্ৰভো, কিমান কাল? তেওঁ উত্তৰ কৰিলে, যেতিয়ালৈকে নগৰবোৰ নিবাসী নোহোৱাকৈ, আৰু ঘৰবোৰ মানুহ নোহোৱাকৈ উচ্ছন্ন নহব, আৰু ভূমি নিচেইকৈ ধ্বংস নহব, [১২] যিহোৱাই মনুষ্যক বহুৎ দূৰলৈ নিনিব, আৰু দেশৰ মাজত অনেক পৰিত্যক্ত ঠাই নহব, তেতিয়ালৈকে। [১৩] যদিও তাৰ দহ অংশৰ এক অংশ থাকে, তথাপি সেয়ে পুনৰায় বিনষ্ট হব; কিন্তু যেনেকৈ এলা আৰু অল্লোন বৃক্ষ কটা হলেও, তাৰ মুঢ়া থাকে, তেনেকৈ সেই জাতিৰ মুঢ়াস্বৰূপে এক পবিত্ৰ বংশ থাকিব।

যিচয়াই আহজৰ লগত সাক্ষাৎ হোৱা, আৰু তাৰ ফল।

৭ উজ্জিয়াৰ নাতী যোথমৰ পুত্ৰ যিহূদাৰ আহজ ৰজাৰ ৰাজত্বৰ কালত, অৰামৰ ৰচীন ৰজা আৰু ৰমলিয়াৰ পুত্ৰ ইস্ৰায়েলৰ পেকহ ৰজা, এই দুজন ৰজাই যিৰূচালেমৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আহিল; কিন্তু তাক পৰাজয় কৰিব নোৱাৰিলে। [২] সেই সময়ত, অৰামে ইফ্ৰয়িমে সৈতে যোগ দিছে, এই কথা দায়ূদৰ বংশৰ লোকক কোৱা হল; তাতে বতাহত কাঠনিৰ গছ লৰাৰ দৰে তেওঁৰ মন আৰু তেওঁৰ প্ৰজাবিলাকৰো মন লৰিল।

[৩] তেতিয়া যিহোৱাই যিচয়াক কলে, তুমি আৰু তোমাৰ পুত্ৰ চাৰ-যাচুব ওপৰ-পুখুৰিৰ নলাৰ মুখত, ধোবা-পথাৰৰ ৰাজ-আলিত আহজৰ সাক্ষাৎ হবৰ অৰ্থে ওলাই যোৱা, [৪] আৰু তেওঁক এই কথা কবা, যে, সাৱধান, সুস্থিৰ হোৱা; ধোঁৱাই থকা কাঠৰ এই দুই মুৰলৈ, ৰচীন ও অৰামৰ, আৰু ৰমলিয়াৰ পুতেকৰ ক্ৰোধাগ্নিলৈ ভয় নকৰিবা, আৰু তোমাৰ কোমল মনক দ্ৰৱ হবলৈ নিদিবা। [৫] অৰাম, ইফ্ৰয়িম, আৰু ৰমলিয়াৰ পুতেকে তোমাৰ অহিতে কুমন্ত্ৰণা কৰি

কৈছে, ৬ আহাঁ, আমি যিহূদার বিরুদ্ধে উঠি গৈ তাক ক্লেশত পেলাওঁ, আরু আপোনাবিলাকর নিমিত্তে তাক পরাজয় করি তার ভিতরত টাবেলর পুত্রক রজা পাতোঁ। ৭ এই কারণে প্রভু যিহোৱাই এই রূপে কৈছে, সেয়ে স্থির নহব, আরু সিদ্ধও নহব। ৮ কিয়নো অরামর মূর দম্মেচক আরু দম্মেচকর মূর রচীন, আরু পঁয়ষষ্ঠি বছরর ভিতরত জাতি নোহোৱাকৈ ইফ্রয়িম ডোখর ডোখর হব; ৯ আরু ইফ্রয়িমর মূর চমরিয়া, আরু চমরিয়ার মূর রমলিয়ার পুত্রেক। যদি তোমালোকে বিশ্বাস নকরা, তেন্তে নিশ্চয়ে তোমালোকো থিরে থাকিব নোৱারিবা।

১০ যিহোৱাই আহজক আকৌ কলে, ১১ তুমি আপোন ঈশ্বর যিহোৱার পরা কোনো এক চিন খোজা; অধঃস্থান বা উৰ্দ্ধস্থানত তাক খোজা। ১২ কিন্তু আহজে কলে, ময় নোখোজোঁ, যিহোৱাক পরীক্ষা নকরোঁ। ১৩ তাতে ভাববাদীয়ে কলে, হে দায়ূদর বংশ, এতিয়া শুনা, মানুহক বিরক্ত করা সরু কথা হেন ভাবি, মোর ঈশ্বরকো বিরক্ত করিবা নে? ১৪ এই হেতুকে প্রভুয়ে আপুনি তোমালোকক এক চিন দিব; দেখা, যুবতীজনী গৰ্ত্তৱতী হৈ এটী পুত্র প্রসব করিব, আরু তেওঁর নাম ইম্মানূয়েল [আমার লগত ঈশ্বর] রাখিব। ১৫ বেয়াক অগ্রাহ্য করিবলৈ, আরু ভালক গ্রহণ করিবলৈ তেওঁ জ্ঞান নোপোৱালৈকে দধি আরু মধু খাব। ১৬ কিয়নো লরাটীয়ে বেয়াক অগ্রাহ্য আরু ভালক গ্রহণ করিবর জ্ঞান নৌ পাওঁতেই, তুমি যি দেশর দুজন রজালৈ ভয় করিছা, সেই দেশ পরিত্যক্ত হব। ১৭ যিহূদার পরা ইফ্রয়িম বিচ্ছেদ হোৱা দিনরে পরা যেনেকুৱা কাল কেতিয়াও হোৱা নাই, যিহোৱাই তোমালৈ আরু তোমার প্রজাবিলাকলৈ, আরু তোমার পিতৃবংশলৈ তেনেকুৱা কাল, অৰ্থাৎ অচূরর রজাক আনিব।

১৮ সেই কালত যিহোৱাই মিচর দেশর সুঁতীবোরর দাঁতিত থকা মাখিলৈ আরু অচূর দেশর ভোমোৱালৈ হুচহুরিয়াব। ১৯ তাতে সিহঁত আহি উচ্ছন্ন হোৱা উপত্যকাবোরত, শিলর ফাটবোরত, সকলো কাঁইটনিত, আরু সকলো চরণী পথারত আটাইবোর পড়ি থাকিব।

২০ সেই দিনা প্রভুয়ে নদীর সিপারর পরা কেরেয়ালৈ অনা অচূরীয়া রজাস্বরূপ ক্ষুরেরে মূরর চুলি আরু ভরির নোম ক্ষুরাব, আরু তারে ডাড়িও ক্ষুরাই পেলাব।

২১ সেই দিনা এটা মানুহে এজনী চেঁউরী গরু আরু দুজনী মের পুহিব, ২২ আরু সিহঁতে দিয়া বিস্তর গাখীরর কারণে দধি ভোজন করিব; কিয়নো দেশর মাজত অবশিষ্ট থকা প্রত্যেকজনে দধি আরু মধু খাব।

২৩ আরু যি যি ঠাইত হাজার টকা মূল্যর হাজার দ্রাক্ষালতা আছে, সেইবোর ঠাই সেই দিনা কাঁইটীয়া বন আরু কাঁইট গছর হাবি হব। ২৪ মানুহে কাঁড় ধনু হাতত লৈ সেই ঠাইলৈ যাব; কিয়নো সমুদায় দেশতে কাঁইটীয়া বন আরু কাঁইট গছর হাবি হব। ২৫ আরু যিবোর পৰ্ব্বত এতিয়া কোরেরে কোরা হয়, কাঁইটীয়া বন আরু কাঁইট গছর হাবির ভয়ত তেতিয়া তুমি সেই পৰ্ব্বতলৈ নেযাবা; কিন্তু সেয়ে গরু মেলি চরোৱা আরু মেরে গচকা ঠাই হব।

যিচয়াই এটী চিন দেখুউৱা। অচূরীয়াহঁতর আক্রমণ। আহিব লগা অভিষিক্ত জন।

৮ পাছে যিহোৱাই মোক কলে, তুমি এখন ডাঙর ফলি লৈ চলিত আখরেরে মহের-চালল-হচ-বজ [বেগাই লুট কর, চিকারলৈ লর ধর] বুলি লিখা; ২ আরু ময় প্রমাণর অৰ্থে উরিয়া পুরোহিত আরু যিবেরেখিয়ার পুত্র জখরিয়া, এই দুজন বিশ্বাসী সাক্ষী লম। ৩ পাছে ময় ভাববাদিনীত গমন করিলত তেওঁ গৰ্ত্তৱতী হৈ এটী পুত্র প্রসব করিলে। তাতে যিহোৱাই মোক কলে, তুমি ইয়ার নাম মহের-চালল-হচ-বজ রাখা; ৪ কিয়নো, লরাটীয়ে আই বোপাই বুলি মাতিবলৈ নৌ জানোতেই, দম্মেচকর ধন-সম্পত্তি আরু চমরিয়ার লুটদ্রব্য অচূরর রজার আগে আগে বৈ নিয়া হব।

৫ পাছে যিহোৱাই মোক আকৌ এবার কলে, ৬ এই জাতিয়ে ধীরে ধীরে বৈ যোৱা চীলোহর পানী অগ্রাহ্য করি, রচীন আরু রমলিয়ার পুত্রেকর বিষয়ে আনন্দ করিছে। ৭ এই কারণে দেখা, প্রভুয়ে নদীর প্রবল আরু প্রচুর জলসমূহস্বরূপে অচূরীয়া রজা আরু তেওঁর সকলো

প্ৰতাপ সিবিলাকৰ ওপৰলৈ আনিব; সি বাঢ়ি আটাই খাল পুৰ কৰিব, আৰু গোটেই পাৰৰ ওপৰেদি বাগৰি যাব। [৮] আৰু সি বেগেৰে বৈ যিহূদা দেশত সোমাবগৈ; সি ওফন্দি বাঢ়ি বাঢ়ি তাৰ মাজেদি যাব; সি ডিঙিলৈকে উঠিব; হে ইম্মানূৱেল, তাৰ ডেউকাৰ বিস্তাৰে তোমাৰ দেশৰ প্ৰস্থ জুৰিব।

[৯] হে জাতিবিলাক, হুৰামূৰা কৰা, কিন্তু ডোখৰ ডোখৰ হবা; হে সকলো দূৰ দেশীয় লোক, কাণ পাতা, সুসজ্জিত হোৱা, কিন্তু ডোখৰ ডোখৰ হবা; সুসজ্জিত হোৱা, কিন্তু ডোখৰ ডোখৰ হবা। [১০] মন্ত্ৰণা কৰা, কিন্তু সেয়ে বিফল হব; আৰু কথা কোৱা, কিন্তু সেয়ে নৰব; কিয়নো আমাৰ লগত ঈশ্বৰ আছে। [১১] কাৰণ যিহোৱাই মোৰ ওপৰত প্ৰবল হাত ৰাখি, আৰু এই জাতিৰ পথত গমন নকৰিবলৈ আদেশ দি মোক এই দৰে কলে, [১২] এই জাতিয়ে যি সকলোৰ বিষয়ে, ৰাজদ্ৰোহ! এই বুলি কয়, সেই সকলোৰ বিষয়ে, ৰাজদ্ৰোহ! বুলি তোমালোকে নকবা, আৰু সিহঁতে ভয় পোৱা বিষয়ত ভয় নকৰিবা, আৰু ত্ৰাসযুক্ত নহবা। [১৩] তোমালোকে বাহিনীবিলাকৰ যিহোৱাকেই পবিত্ৰ বুলি মানা; তেৱেঁই তোমালোকৰ ভয় আৰু ত্ৰাসৰ ভূমি হওক। [১৪] সেয়ে হলে তেওঁ পবিত্ৰ আশ্ৰয় হব, কিন্তু ইস্ৰায়েলৰ দুই বংশলৈ উজুটি খোৱা পাথৰ আৰু বিঘিনী জন্মাওঁতা শিল হব, আৰু যিৰূচালেমনিবাসী লোকৰ নিমিত্তে খোৰোচা আৰু ফান্দস্বৰূপ হব। [১৫] তাতে সিবিলাকৰ মাজৰ অনেকে তাত উজুটি খাই পড়ি ভগ্ন হব, আৰু ফান্দত লাগি ধৰা পড়িব।

[১৬] তুমি সাক্ষ্যৰ কথাখিনি বন্ধ কৰা, মোৰ শিষ্যবিলাকৰ অন্তৰত ব্যৱস্থা মোহৰ মাৰি থোৱা। [১৭] যি জনাই যাকোবৰ বংশৰ পৰা আপোনাৰ মুখ ঢাকি ৰাখিছে, ময় সেই যিহোৱালৈ বাট চাম, আৰু তেওঁলৈ অপেক্ষা কৰিম। [১৮] দেখা, ময়, আৰু যিহোৱাই মোক দিয়া মোৰ সন্তানবিলাক, ইস্ৰায়েলৰ মাজত চিয়োনপৰ্ব্বতনিবাসী বাহিনীবিলাকৰ যিহোৱাৰ নিৰূপিত চিন আৰু অদ্ভুত লক্ষণস্বৰূপ।

[১৯] আৰু ভূত পোহোঁতা, গুণমন্ত্ৰ জানোতা, চিঁচিঁয়াওঁতা, আৰু ভোনভোনাওঁতাবিলাকৰ গুৰিত তোমালোকে সোধা, এই বুলি যেতিয়া কোনোৱে তোমালোকক কব, তেতিয়া কবা, লোকবিলাকে জানো আপোনাবিলাকৰ ঈশ্বৰক নুসুধিব? সিবিলাকে জানো জীয়াবিলাকৰ অৰ্থে মৃতবোৰক সুধিব? [২০] ব্যৱস্থা আৰু সাক্ষ্যক সোধা; এই বাক্য অনুসাৰে যদি লোকবিলাকে নকয়, তেন্তে নিশ্চয়ে সিবিলাকলৈ প্ৰভাত নহব। [২১] আৰু সিবিলাক দুঃখিত ও ক্ষুধিত হৈ দেশৰ মাজেদি যাব, আৰু ভোক লাগিলে সিবিলাকে ৰাগ কৰি আপোনাবিলাকৰ ৰজা আৰু আপোনাবিলাকৰ ঈশ্বৰৰ নামেৰে শাও দিব। [২২] সিবিলাকে ওপৰলৈ দৃষ্টি কৰিব, আৰু পৃথিবীলৈ চাব; আৰু দেখা, সঙ্কট, আন্ধাৰ, আৰু দুঃখ দিওঁতা অন্ধকাৰ; আৰু ঘোৰ অন্ধকাৰৰ মাজলৈ সিবিলাকক খেদোৱা হব।

৯ কিন্তু যি দেশ দুঃখত আছিল, তাত আন্ধাৰ নেথাকিব। তেওঁ আগৰ কালত জবূলূন আৰু নপ্তালী দেশক নীহ অৱস্থালৈ আনিছিল, কিন্তু অন্তিম কালত সমুদ্ৰৰ ওচৰৰ পথ, যৰ্দ্দনৰ পাৰ, জাতিবিলাকৰ গালীল মৰ্য্যাদাৱন্ত কৰিলে। [২] যি জাতি আন্ধাৰত ফুৰিছিল, সিবিলাকে মহাজ্যোতিঃ দেখিবলৈ পালে; যিবিলাকে মৃত্যুচ্ছায়াৰ দেশত বাস কৰিছিল, সিবিলাকৰ ওপৰত দীপ্তি প্ৰকাশিত হল। [৩] তুমি সেই জাতিক বৃদ্ধি কৰিলা, তুমি সিবিলাকৰ আনন্দ বঢ়ালা; শস্য দোৱা সময়ত আনন্দ কৰাৰ, আৰু লুটদ্ৰব্য ভাগ-বাঁটি লোৱা সময়ত উল্লাস কৰাৰ দৰে সিবিলাকে তোমাৰ সাক্ষাতে আনন্দ কৰে। [৪] কিয়নো তুমি মিদিয়নৰ দিনত কৰা নিচিনাকৈ সিবিলাকৰ ভাৰস্বৰূপ যুঁৱলি, সিবিলাকৰ কান্ধৰ কাণমাৰি, আৰু সিবিলাকৰ উপদ্ৰৱকাৰীৰ দণ্ড ভাঙি পেলালা। [৫] কাৰণ ঘোৰ যুদ্ধত সুসজ্জিত থকা সৈন্যৰ সকলো প্ৰকাৰ সাজ, আৰু তেজেৰে লেটিপেটি হোৱা পোচাক জুইৰ খৰি কৰি পোৰা যাব। [৬] কিয়নো আমালৈ এটী লৰা জন্মিল, আমাক এটী পুত্ৰ দান কৰা হল; আৰু তেওঁৰ কান্ধত শাসনভাৰ অৰ্পিত হব, আৰু তেওঁ আশ্চৰ্য্য, মন্ত্ৰী, পৰাক্ৰমী ঈশ্বৰ, অনন্তকালস্থায়ী পিতৃ, আৰু শান্তিৰাজ নামেৰে প্ৰখ্যাত হব। [৭] এতিয়াৰ পৰা সদাকাললৈকে সুবিচাৰ আৰু

ধাৰ্ম্মিকতার দ্বারায় দায়ূদর সিংহাসন আরু রাজ্য সুস্থির আরু দৃঢ় করিবলৈ, সেই সিংহাসনত আরু রাজ্যত তেওঁর রাজশাসন আরু শান্তিবৃদ্ধির শেষ নহব। বাহিনীবিলাকর যিহোৱার মর্য্যাদা রখা উৎসাহে ইয়াক সিদ্ধ করিব।

### যিহোৱার মেলা বাহু।

৮ প্রভুৱে যাকোবর অহিতে এটা বাক্য পঠালে; সেয়ে ইস্রায়েলর ওপরত পড়িল। ৯ সকলো লোকে, অর্থাৎ ইফ্রয়িম আরু চমরিয়া-নিবাসীবিলাকে তাক জানে; তথাপি সিহঁতে দর্পেরে আরু মনর গর্ব্বেরে কয়, ১০ ইটাবোর খহি পড়িল হয়, কিন্তু আমি কটা-শিলেরে গাঁথিম; ডিমরু গছবোর কটা হল হয়, কিন্তু আমি তার সলনি এরচ কাঠ লগাম। ১১ এই হেতুকে যিহোৱাই তার অহিতে রচীনর বৈরীবোরক উন্নত করিলে, আরু তার নিজর শত্রুবোরক উচটালে। ১২ আগফালে অরাম, পাছফালে পলেষ্টীয়াবিলাক থাকি মেলা মুখেরে ইস্রায়েলক গ্রাস করিলে। এই সকলোতো তেওঁর ক্রোধ থমা নাই; কিন্তু তেওঁর হাত এতিয়াও মেলা হৈয়ে আছে।

১৩ তথাপি লোকবিলাকে আপোনাবিলাকক প্রহার করা জনালৈ ঘূরা নাই, আরু সিবিলাকে বাহিনীবিলাকর যিহোৱাক বিচরা নাই। ১৪ এই হেতুকে যিহোৱাই একে দিনতে ইস্রায়েলর পরা মূর আরু নেগুর, খাজুর পাত আরু খাগরি কাটি পেলাইছে। ১৫ বৃদ্ধ আরু মান্যৱন্ত লোকেই সেই মূর, আরু মিছা শিক্ষা দিওঁতা ভাববাদীয়েই সেই নেগুর। ১৬ কারণ এই লোকবিলাকক চলাওঁতাবিলাকেই সিহঁতক ভ্রান্ত করে, আরু সিবিলাকর দ্বারায় চালিত হোৱা লোকবিলাক বিনষ্ট হয়। ১৭ এই হেতুকে প্রভুৱে সিহঁতর যুবাবিলাকত আনন্দ নকরিব, আরু সিহঁতর পিতৃহীন আরু বিধৱাবিলাকক দয়া নকরিব; কিয়নো সিহঁতর প্রত্যেকেই অধর্ম্মী আরু কুকর্ম্মী, আরু প্রত্যেক মুখে মূর্খ কথা কয়। এই সকলোতো তেওঁর ক্রোধ থমা নাই; কিন্তু তেওঁর হাত এতিয়াও মেলা হৈয়ে আছে।

১৮ কিয়নো দুষ্টতাই অগ্নির দরে পুরি, কাঁইট গছর হাবি ভস্ম করে; এনে কি, কাঠনির ডাঠ হাবিত জুই জ্বলি, তার ডাঠ ধূঁৱা স্তম্ভ হৈ ওপরলৈ উঠি যায়। ১৯ বাহিনীবিলাকর যিহোৱার ক্রোধত দেশ ধ্বংস হল; লোকবিলাকো অগ্নির আহারস্বরূপ হল; কোনেও আপোনার ভায়েকক দয়া নকরে। ২০ আরু সিহঁতে সোঁ হাতেরে ছিরি খায়, তথাপি ভোক নপলায়; আরু বাওঁ হাতেরে ভোজন করে, তথাপি সিহঁত তৃপ্ত নহয়; সিহঁত প্রতিজনে আপোন আপোন বাবিচনির মঙহ খায়। ২১ মনচিয়ে ইফ্রয়িমক, আরু ইফ্রয়িমে মনচিক খাইছে, আরু দুয়ো একেলগে যিহূদাক আক্রমণ করিছে। এই সকলোতো তেওঁর ক্রোধ থমা নাই; কিন্তু তেওঁর হাত এতিয়াও মেলা হৈয়ে আছে।

**১০** বিধৱাবিলাকক আপোনার লুটদ্রব্য, আরু পিতৃহীনবিলাকক আপোনার চিকারর বস্তু করিবর নিমিত্তে সুবিচারর পথর পরা দরিদ্রক দূর করিবলৈ, আরু মোর প্রজাবিলাকর দুঃখীয়া লোকর স্বত্ব গুচাবলৈ, ২ যিবিলাকে অন্যায় বিধি স্থাপন করে, আরু যি লিখকবিলাকে ক্লেশ-দায়ক আজ্ঞা লিখে, সিবিলাকর সন্তাপ হব। ৩ প্রতিফল দিয়া দিনা, দূরর পরা অহা বিনাশর দিনা তোমালোকে কি করিবা? সহায় পাবর নিমিত্তে কার ওচরলৈ পলাই যাবা? আরু তোমালোকর ঐশ্বর্য্য ক'ত রাখি যাবা? ৪ সিবিলাকে কেৱল বন্দীয়ারবিলাকর তরির তলত কুঁচিমুচি হৈ থাকিব, আরু হত হোৱা লোকর তলত পতিত হব। এই সকলোতো তেওঁর ক্রোধ নেথামিব; কিন্তু তেওঁর হাত তেতিয়াও মেলা হৈয়ে থাকিব।

### অচূরর বিরুদ্ধে কোৱা ভাববাণী।

৫ যি অচূর মোর ক্রোধর দণ্ডডালিস্বরূপ, যার হাতত মোর কোপপ্রকাশক লাঠি আছে, সেই অচূরর সন্তাপ। ৬ মই তাক এক অধর্ম্মী জাতির বিরুদ্ধে পঠাম, আরু মোর ক্রোধর পাত্র সেই জাতির অহিতে, লুট করিবলৈ, লুটদ্রব্য লবলৈ, আরু বাটর বোকার নিচিনাকৈ গচকিবলৈ মই তাক আজ্ঞা দিম। ৭ তথাপি তার কল্পনা সেই প্রকার নহয়, আরু তার মনেও তাক নেভাবে; কিন্তু বিনষ্ট করিবলৈ, আরু অনেক জাতিক সংহার করিবলৈ তার মন। ৮ কিয়নো

সি কয়, "মোর অধীনে শাসন কৰাবিলাক জানো আটাইবিলাক ৰজা নহয়? [৯] কল্‌নো জানো কৰ্কমীচৰ নিচিনা নহয়? হমাৎ জানো অৰ্পদৰ নিচিনা নহয়? চমৰিয়া জানো দম্মেচকৰ নিচিনা নহয়? [১০] যি ৰাজ্যবোৰৰ কটা-প্ৰতিমা-বোৰ যিৰূচালেম আৰু চমৰিয়াৰ মূৰ্ত্তিবোৰতকৈ উত্তম আছিল, সেই মূৰ্ত্তিপূজক ৰাজ্যবোৰ যেনেকৈ মোৰ হাতলৈ আহিল, [১১] ময় চমৰিয়া আৰু তাৰ মূৰ্ত্তিবোৰক কৰা নিচিনাকৈ যিৰূ-চালেম আৰু তাৰ প্ৰতিমাবোৰক তেনে নক-ৰিম নে?"

[১২] এই হেতুকে ময় যিহোৱাই চিয়োন পৰ্ব্ব-তত আৰু যিৰূচালেমত মোৰ সকলো কাৰ্য্য কৰি ওঁটোৱাৰ পাছে, অচূৰৰ ৰজাৰ গৰ্ব্বী চিত্তৰ ফলস্বৰূপ কাৰ্য্যৰ আৰু তাৰ উৰ্দ্ধদৃষ্টিৰূপ আড়ম্বৰৰ প্ৰতিফল দিম। [১৩] কিয়নো সি কলে, "মোৰ হাতৰ বলেৰে আৰু জ্ঞানেৰে ময় এই কাৰ্য্য সিদ্ধ কৰিলোঁ, কাৰণ ময় বুদ্ধিমান; ময় জাতি-বিলাকৰ সীমা দূৰ কৰিলোঁ, সিহঁতৰ বহুমূল্য বস্তু হৰণ কৰিলোঁ, আৰু সিংহাসনত বহাবিলা-কক বীৰৰ নিচিনাকৈ পেলালোঁ। [১৪] আৰু মোৰ হাতে পক্ষীৰ বাহৰ নিচিনাকৈ জাতি-বিলাকৰ ধন-সম্পত্তি পালে, এৰি যোৱা কনি লোকে গোটোৱাদি ময় গোটেই পৃথিবীক গোটালোঁ; ডেউকা জোকাৰিবলৈ, বা ঠোঁট মেলিবলৈ, নাইবা চিঁচিঁয়াবলৈকো কোনো নাছিল।" [১৫] কুঠাৰখনে জানো কাটোঁতাৰ অহিতে গৰ্ব্ব কৰিব পাৰে? কৰতখনে জানো তাক চলাওঁতাৰ বিৰুদ্ধে অহঙ্কাৰ কৰিব? সেয়ে দণ্ড তোলাবিলাকক দণ্ডই জোকৰা নিচিনা, বা কাঠ নোহোৱা জনক লাখুটিয়ে তোলা নিচিনা।

[১৬] এই হেতুকে প্ৰভুৱে, বাহিনীবিলাকৰ প্ৰভুৱে তাৰ হৃষ্টপুষ্টবিলাকৰ মাজলৈ কৃশতা পঠাই দিব; আৰু তাৰ ঐশ্বৰ্য্যৰ তলত অগ্নিয়ে পোৰা যেন হব। [১৭] আৰু ইস্ৰায়েলৰ জ্যোতিঃ অগ্নিস্বৰূপ হব, আৰু তেওঁৰ পবিত্ৰ জনা শিখা-স্বৰূপ হব, আৰু সেয়ে জ্বলি একে দিনতে তাৰ কাঁইটীয়া বন আৰু কাঁইট গছৰ হাবি ভস্ম কৰিব। [১৮] আৰু তেওঁ তাৰ কাঠনিৰ আৰু তাৰ ফলবান উদ্যানৰ শোভা নিঃশেষে নষ্ট কৰিব; আৰু ধ্বজাধাৰী পতিত হলে যেনে হয়, তেনে হব। [১৯] আৰু তাৰ কাঠনিৰ অৱশিষ্ট বৃক্ষ ইমান তাকৰ হব, যে, এটী লৰাইয়েই তাক লিখি থব পাৰিব।

[২০] সেই দিনা ইস্ৰায়েলৰ অৱশিষ্ট লোকে, যাকোবৰ বংশৰ ৰক্ষা পোৱা লোকবিলাকে আপোনাবিলাকক প্ৰহাৰ কৰোঁতা জনৰ ওপৰত আৰু নিৰ্ভৰ নকৰিব; কিন্তু ইস্ৰায়েলৰ পবিত্ৰ জনা যিহোৱাত সত্যভাবে নিৰ্ভৰ কৰিব। [২১] অৱশিষ্ট এক ভাগ উলটি আহিব, যাকোবৰ অৱশিষ্ট ভাগ পৰাক্ৰমী ঈশ্বৰলৈ উলটি আহিব। [২২] কিয়নো হে ইস্ৰায়েল, তোমাৰ প্ৰজাবিলাক সমুদ্ৰৰ বালিৰ নিচিনা হলেও, সিবিলাকৰ কেৱল এক অৱশিষ্ট ভাগ উলটি আহিব। বাণ পানীস্বৰূপ ধাৰ্ম্মিকতাপ্ৰকাশক এক উচ্ছন্নতা স্থিৰীকৃত হৈছে। [২৩] কিয়নো এক উচ্ছন্নতা, এক স্থিৰীকৃত উচ্ছন্নতা বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে গোটেই পৃথিবীৰ মাজত সিদ্ধ কৰিব।

[২৪] এই হেতুকে বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে কৈছে, হে মোৰ চিয়োন-নিবাসী প্ৰজা-বিলাক, যদিও অচূৰে তোমালোকক দণ্ডেৰে প্ৰহাৰ কৰে, আৰু মিচৰত দণ্ডা নিচিনাকৈ তোমালোকৰ অহিতে লাখুটি দাঙে, তথাপি তালৈ ভয় নকৰিবা। [২৫] কিয়নো আৰু নিচেই অলপ সময় গলে কোপ থামিব, আৰু মোৰ ক্ৰোধ সিহঁতৰ বিনাশলৈ উঠিব। [২৬] আৰু ওৰেব শিলত মিদিয়নৰ হত্যাৰ সময়ত কৰা নিচিনাকৈ বাহিনীবিলাকৰ যিহো-ৱাই তাৰ বিৰুদ্ধে চাবুক তুলি প্ৰহাৰ কৰিব; আৰু তেওঁৰ লাখুটি সাগৰৰ ওপৰত তোলা হব, আৰু তেওঁ মিচৰত দণ্ডা নিচিনাকৈ তাক দাঙিব। [২৭] সেই দিনা তোমাৰ কান্ধৰ পৰা তাৰ ভাৰ, আৰু তোমাৰ ডিঙিৰ পৰা তাৰ যুঁৱলি খহি পড়িব, আৰু তেলবৃদ্ধিৰ কাৰণে যুঁৱলি ভাগি যাব।

[২৮] সি অয়ৎ পালেহি, মিগ্ৰোনৰ মাজেদি আহিল; সি মিক্‌মচত আপোন মাল থলে। [২৯] সিহঁতে দুৰ্গম পথ পাৰ হল, সিহঁতে গেবাত ৰাতি কটালে; ৰামা কঁপিছে, চৌলৰ গিবিয়া পলাইছে। [৩০] হে গল্লীম-জিয়াৰী, তুমি বড়কৈ চিঞৰা; হে লয়িছা, হে দুৰ্ভগীয়া অনাথোৎ,

কাণ পাতা। ৩১ মদ্‌মেনা পলরীয়া; গেবীম-নিবাসী পলাবলৈ গোট খাইছে। ৩২ সি আজিয়েই নোবত রব; সেই ঠাইত সি চিয়োন-জীয়ারীর পর্ব্বতর অহিতে, যিরূচালেমর গিরির বিরুদ্ধে আপোনার হাত জোকারিছে।

৩৩ দেখা, বাহিনীবিলাকর যিহোবা প্রভুবে ভয়ানকরূপে ডাল কাটি পেলাব; আরু অতি দীঘল কেইজোপাক ছেদন করা হব, আরু ওখ-বোরক মাটির সমান করা হব। ৩৪ আরু তেওঁ লোহারে কাঠনির অতি ঘন গছবোর কাটি পেলাব; আরু পরাক্রমী এজনার দ্বারায় লিবানোন পতিত হব।

আহিব লগা অভিষিক্ত জনা, আরু তেওঁর রাজ্য।
ইস্রায়েলর পুনরাগমন।

**১১** যিচয়র মূঢ়ার পরা এটী পোখা ওলাব, আরু তেওঁর শিপার পরা এটী গজালি ওলাই ফল ধরিব। ২ আরু যিহোবার আত্মা, প্রজ্ঞা, আরু সুবিবেচনার আত্মা, মন্ত্রণা আরু পরাক্রমর আত্মা, জ্ঞান আরু যিহোবাবিষয়ক ভয় জন্মাওঁতা আত্মা তেওঁর ওপরত স্থিতি হব; ৩ যিহোবা-বিষয়ক ভয় তেওঁলৈ সুঘ্রাণস্বরূপ হব, আরু আপোন চকুর দৃষ্টি অনুসারে তেওঁ বিচার নকরিব, নাইবা আপোন কাণেরে শুনার দরে বিচার নিষ্পত্তি নকরিব। ৪ কিন্তু তেওঁ ধার্ম্মিকতারে দরিদ্রবিলাকর সোধ করিব, আরু ন্যায়েরে পৃথিবীর নম্র লোকবিলাকর নিমিত্তে বিচার নিষ্পত্তি করিব, আরু আপোন মুখর দণ্ডেরে পৃথিবীক প্রহার করিব, আরু আপোন ওঁঠর ফুঁরে দুষ্টক মারিব। ৫ ধার্ম্মিকতা তেওঁর কঁকালর টঙালিস্বরূপ হব, আরু বিশ্বস্ততা তেওঁর কটি-বন্ধন হব। ৬ সেই দিনা রাংকুকুরে মের পোৱালির লগত বাস করিব, আরু নাহরফুটুকী বাঘে ছাগ পোৱালির লগত শয়ন করিব; দামুরি আরু যুবা সিংহ, আরু হৃষ্টপুষ্ট পশু একেলগে থাকিব, আরু এটী সরু লরাই সিহঁতক চলাব। ৭ গাই গরু আরু ভালুকী একেলগে চরিব, সিহঁতর পোৱালিবোর একেলগে শুব, আরু সিংহই বলদর দরে খান খের খাব। ৮ আরু পিয়াহ খোৱা কেঁচুৱাই কেঁটি সাপর গাঁতর ওপরত খেলালি করিব, আরু পিয়াহ এরা লরাই ভাইল সাপ থকা গাঁতত হাত দিব। ৯ মোর গোটেই পবিত্র পর্ব্বতত কোনেও কাকো হিংসা বা বিনষ্ট নকরিব; কিয়নো সমুদ্র যেনেকৈ জলেরে ঢকা, তেনেকৈ পৃথিবী যিহোবাবিষয়ক জ্ঞানেরে পরি-পূর্ণ হব।

১০ সেই দিনা লোকবিলাকর নিমিত্তে ধ্বজা-রূপে থিয়কৈ রখা যিচয়র শিপাডালির ওচরলৈ জাতিবিলাক যাব, আরু তেওঁর বিশ্রামস্থান গৌরবান্বিত হয়।

১১ আরু সেই দিনা প্রভুবে অচূর, মিচর, পথ্রোচ, কূচ, এলম, চিনার, হমাৎ, আরু সমুদ্রর দ্বীপবোরর পরা বাকী থকা আপোনার প্রজা-বিলাকর অবশিষ্ট ভাগ উদ্ধার করিবলৈ দ্বিতীয়-বার তেওঁ হাত মেলিব। ১২ তেওঁ জাতিবিলা-কর নিমিত্তে এক ধ্বজা তুলিব, আরু তেওঁ পৃথিবীর চারি চুকর পরা, খেদি দিয়া ইস্রায়েল লোকবিলাকক আরু ছিন্নভিন্ন হোৱা যিহূদার লোকবিলাকক গোটাব। ১৩ ইফ্রয়িমর অসূয়াও গুচিব, আরু যিহূদাক অত্যাচার করাবিলাকক উচ্ছন্ন করা হব; ইফ্রয়িমে যিহূদাক অসূয়া নকরিব, আরু যিহূদাই ইফ্রয়িমক অত্যাচার নকরিব। ১৪ আরু সিবিলাক দুয়ো পশ্চিমফালে থকা পলেষ্টীয়াবিলাকর কান্ধত থাপ মারিব; সিবিলাক দুয়ো একে লগ হৈ পূর্ব্বদেশীয় লোক-বিলাকক লুট করিব; সিবিলাকে ইদোম আরু মোৱাবক হাত দিব; আরু অম্মোনর সন্তান-বিলাকে সিবিলাকর আজ্ঞা মানিব। ১৫ আরু যিহোবাই জিবার আকৃতিস্বরূপে ওলাই থকা মিচরীয়া সমুদ্রর ভাগ একেবারে বিনষ্ট করিব, আরু নদীর ওপরত আপোনার হাত জোকারি দগ্ধ করোঁতা ফুঁ মারিব, আরু তাক প্রহার করি সাতোটা সুঁতী করিব, আরু লোকবিলাকক জোতারে সৈতে পার করাব। ১৬ আরু মিচর দেশর পরা ওলাই অহা দিনা যেনেকৈ ইস্রায়েলর নিমিত্তে এটী পথ হৈছিল, তেনেকৈ বাকী থকা তেওঁর প্রজাবিলাকর অবশিষ্ট লোকবিলাকর নিমিত্তে অচূরর পরা এটী রাজপথ হব।

**১২** সেই দিনা তুমি কবা, হে যিহোবা,ময় তোমার ধন্যবাদ করিম; কিয়নো যদিও তুমি মোর ওপরত ক্রোধ করিছিলা, তথাপি তোমার ক্রোধ গুচিল, আরু তুমি মোক সান্ত্বনা করিছা।

২ দেখা, ঈশ্বর মোর পরিত্রাণ, মই ভারসা করিম, ভয় নকরিম; কিয়নো যিহোৱা যাঃ মোর বল আরু গান, তেওঁ মোর পরিত্রাণকর্ত্তা হল। ৩ এই কারণে তোমালোকে পরিত্রাণর ভুমুকর পরা আনন্দেরে জল তুলিবা। ৪ সেই দিনা তোমালোকে কবা, যিহোৱার ধন্যবাদ করা, তেওঁর নাম লোৱা, আরু জাতিবিলাকর মাজত তেওঁর কার্য্যবোর প্রকাশ করা, তেওঁর নাম উন্নত বুলি কীর্ত্তন করা। ৫ যিহোৱার উদ্দেশে গান করা, কিয়নো তেওঁ উত্তম কর্ম্ম করিলে; এয়ে সমস্ত পৃথিবীত জনাজাত হওক। ৬ হে চিয়োন-নিবাসিনি, তুমি উচ্চ স্বরেরে আনন্দধ্বনি করা; কিয়নো ইস্রায়েলর পবিত্র জনা তোমার মাজত মহান।

বাবিলর বিরুদ্ধে কোৱা ভাববাণী।

১৩ আমোচর পুত্র যিচয়াই দর্শনত পোৱা বাবিলবিষয়ক ভারবাক্য।

২ তোমালোকে বৃক্ষশূন্য পর্ব্বতর ওপরত এক ধ্বজা তোলা, সিবিলাকর নিমিত্তে উচ্চধ্বনি করা, আরু হাতেরে সঙ্কেত করা; সিবিলাকে ড্যাঙরিয়াবিলাকর নগরর দুৱারবোরত সোমাওক। ৩ মই মোর পবিত্রীকৃতবিলাকক আদেশ দিলোঁ; মই মোর ক্রোধ সাম্ফল করিবর নিমিত্তে, গর্ব্বভাবে উল্লাস করোঁতা মোর বীরবিলাককেই মাতিলোঁ। ৪ পর্ব্বতবোরত বহুসংখ্যক লোকর এরাবর নিচিনা লোকসমূহর শবদ শুনা; একেলগে গোট খোৱা জাতিবিলাকর রাজ্যসমূহর কোলাহলর শবদ শুনা; বাহিনীবিলাকর যিহোৱাই যুদ্ধর নিমিত্তে সৈন্যসামন্ত গোটাইছে। ৫ যিহোৱাই আরু তেওঁর ক্রোধর অস্ত্রশস্ত্রবোরে দূর দেশর পরা, আকাশ-মণ্ডলর অন্তভাগর পরা সমস্ত দেশ উচ্ছন্ন করিবলৈ আহিছে। ৬ তোমালোকে হাহাকার করা; কিয়নো যিহোৱার দিন ওচর চাপিছে; সেই দিন সর্ব্বশক্তিমান জনার পরা সর্ব্বনাশক আঘাত-স্বরূপে আহিব। ৭ এই হেতুকে সকলোরে হাত দুর্ব্বল হব, আরু প্রত্যেক মর্ত্ত্যর হৃদয় দ্রব হব; ৮ আরু সিহঁত বিহ্বল হব, নানা যন্ত্রণা আরু বেদনাই সিহঁতক আক্রমণ করিব, সিহঁতে প্রসবকারিণীর নিচিনাকৈ ছটফট করিব; সিহঁতে ইজনে সিজনক দেখি তবধ লাগিব, সিহঁতর মুখ অগ্নিশিখা যেন হব। ৯ দেখা, দেশ উচ্ছন্ন করিবলৈ, আরু তার পরা তার পাপীবোরক বিনষ্ট করিবলৈ, যিহোৱার দিন কোপ আরু প্রচণ্ড ক্রোধেরে দারুণ হৈ আহিছে। ১০ কিয়নো আকাশ-মণ্ডলর তরা আরু নক্ষত্রবোরে আপোন আপোন দীপ্তি প্রকাশ নকরিব; সূর্য্য উদয় হোৱা সময়ত আন্ধারেরে আবৃত হব, আরু চন্দ্রই আপোনার দীপ্তি প্রকাশিত হবলৈ নিদিব। ১১ আরু মই জগতখনক কুকার্য্যর নিমিত্তে, আরু দুষ্টবোরক সিহঁতর অপরাধর নিমিত্তে দণ্ড দিম, আরু মই অহঙ্কারীবোরর দর্প থমাম, আরু অত্যাচারীহঁতর গর্ব্ব খর্ব্ব করিম। ১২ মই এটী মানুহক শুদ্ধ সোণতকৈ, এনে কি, এটী মনুষ্যক ওফীরর শুদ্ধ সোণতকৈয়ো দুর্ল্লভ করিম। ১৩ এই হেতুকে মই আকাশ-মণ্ডলক কঁপাম, আরু বাহিনীবিলাকর যিহোৱার ক্রোধত আরু তেওঁর প্রচণ্ড কোপর দিনত পৃথিবী জোকার খাই স্থানান্তরিত হব। ১৪ তাতে, খেদা খোৱা হরিণর বা রখীয়া নথকা মেরর দরে সিহঁত প্রতিজনে আপোন আপোন জাতিলৈ মুখ করিব, আরু প্রতিজনে আপোন আপোন দেশলৈ পলাই যাব। ১৫ যাক যাক পোৱা যাব, সেই সকলোকে অস্ত্রেরে খোঁচা হব; আরু যেয়ে যেয়ে ধরা পড়িব, সেই আটাইবোর তরোৱালর মুখত পতিত হব। ১৬ আরু সিহঁতর চকুর আগতে সিহঁতর কেঁচুৱাবোরক আচারি পেলোৱা যাব, সিহঁতর ঘরবোর লুট করা হব, আরু সিহঁতর তিরুতাবোরক বলাৎকার করা হব। ১৭ দেখা, রূপ গণ্য নকরা, আরু সোণতো সন্তোষ নোপোৱা মাদীয়াবিলাকক মই সিহঁতর বিরুদ্ধে উচটাম। ১৮ তাতে সিবিলাকর ধনুরে ডেকাবিলাকক ডোখর ডোখর করিব, আরু সিবিলাকে গর্ভফললৈ দয়া নকরিব, সন্তানবিলাকলৈ কৃপাদৃষ্টি নকরিব। ১৯ আরু রাজ্যবোরর রত্ন, কল্দীয়াবিলাকর প্রশংসার ভূষণ বাবিল, ঈশ্বরর দ্বারায় নষ্ট হোৱা চদোম আরু ঘমোরার নিচিনা হব। ২০ আরু সেয়ে কেতিয়াও নিবাসস্থান নহব, আরু পুরুষানুক্রমে কোনেও তাত বাস নকরিব; আরবীয়া লোকেও তাত তাম্বু নতরিব, আরু মের-রখীয়াবিলাকেও

সেই ঠাইত আপোন আপোন জাক মুগুৱাব। ২১ কিন্তু তাত অরণ্য-নিবাসী বনরীয়া জন্তুৱে বাস করিব; সিইঁতর ঘরবোর এৱাও করা পশুরে পরিপূর্ণ হব, আরু সেই ঠাইত উট পক্ষীয়ে বাস করিব, আরু দীঘল নোমীয়া ছাগবোরে তাত ডেও দিব। ২২ আরু সিইঁতর রাজগৃহবোরত রাংকুকুরে, আরু মনোহর অট্টালিকাবোরত শিয়ালে চিঁয়রিব; আরু তার কাল ওচর চাপিছে, তার দিনবোর দীঘল করা নহব।

১৪ কিয়নো যিহোৱাই যাকোবক দয়া করিব, ইস্রায়েলক পুনরায় মনোনীত করিব, আরু সিবিলাকর দেশত সিবিলাকক স্থাপন করিব; তাতে বিদেশী লোকে সিবিলাকর লগ লব, আরু যাকোবর বংশত আসক্ত হব। ২ আরু জাতিবিলাকে সিবিলাকক লৈ গৈ সিবিলাকর নিজ ঠাইত থব; তাতে ইস্রায়েল-বংশই যিহোৱার দেশত সিইঁতক বন্দী-বেটীস্বরূপে অধিকার করিব; সিবিলাক যিবোরর বন্দী আছিল, সিইঁতক সিবিলাকে বন্দী করিব, আরু সিবিলাকে আপোনাবিলাকর উপদ্রবকারীবোরর ওপরত প্রভুত্ব করিব।

৩ আরু যি দিনা যিহোৱাই তোমাক দুঃখ আরু কষ্টর পরা, আরু যি কঠিন বন্দী-অৱস্থাত কাম করিবলৈ বাধ্য হৈছিলা, তার পরা তোমালোকক বিশ্রাম দিব, ৪ সেই দিনা তুমি বাবিলর রজার বিরুদ্ধে এই গীত গাই কবা, "উপদ্রব করোঁতা জন কেনে অন্ত হল! ৫ সুবর্ণপুরী কেনে অন্ত হল! যিহে নিরন্তর প্রহাররে কোপত প্রজাবিলাকক প্রহার করিছিল, কোনেও নিবারণ নকরা তাড়নারে যিহে ক্রোধত জাতিবিলাকক শাসন করিছিল, যিহোৱাই দুষ্টবোরর সেই লাঠি, ৬ শাসনকর্ত্তাবিলাকর সেই দণ্ড ভাঙিলে। ৭ সমস্ত পৃথিবী শান্ত আরু সুস্থির আছে; লোকবিলাকর মুখর পরা গীত ওলাইছে; ৮ এনে কি, দেবদারু, আরু লিবানোনর এরচ বৃক্ষবোরে, তুমি পতিত হোৱার পরা আমার বিরুদ্ধে কোনো কাটোঁতা অহা নাই, এই বুলি কৈ তোমার বিষয়ে আনন্দ করিছে। ৯ তোমার আগমনত তোমাক আগ বঢ়াই আনিবলৈ চিয়োল অধঃস্থানর পরা ব্যস্ত হৈছে; সেয়ে তোমার নিমিত্তে মৃতবিলাকক, পৃথিবীর সকলো মুখ্য লোকক চেতনা দিছে; সেয়ে জাতিবিলাকর সকলো রজাক আপোন আপোন সিংহাসনর পরা উঠাইছে। ১০ সিবিলাক সকলোৱে তোমাক উত্তর করি কব, 'তুমিও আমার নিচিনা দুর্ব্বল হলা নে? তুমিও আমার নিচিনা হলা নে?' ১১ তোমার আড়ম্বর আরু তোমার নেবল যন্ত্রর বাদ্য চিয়োললৈ নমোৱা হল; তোমার তলত বিচানাস্বরূপে পোক পরা হল, আরু কীট তোমার গাত লোৱা কম্বলস্বরূপ হল। ১২ হে দীপ্তিময় প্রভাতীয় তরা, তুমি আকাশর পরা কেনেরূপে পতিত হলা! আরু জাতিবিলাকক নিপাত করোঁতা যি তুমি, তুমি ছিন্ন হৈ কেনেরূপে মাটির সমান হলা! ১৩ তুমি মনতে ভাবিছিলা, 'ময় স্বর্গলৈ উঠি ঈশ্বরর তরাবোরর ওপরত মোর সিংহাসন ওখ করি স্থাপন করিম; আরু উত্তর দিশর অন্ত সীমাত সভাগিরিত ময় বহিম; ১৪ ময় মেঘবোরত্‌কৈয়ো ওখ ঠাইত উঠিম; ময় সর্ব্বোপরি জনার তুল্য হম।' ১৫ তথাপি তোমাক চিয়োললৈ গাঁতর অন্ত ভাগলৈকে নমোৱা হব। ১৬ যিবিলাকে তোমাক দেখিব, সিবিলাকে তোমালৈ একেঠরে চাব, সিবিলাকে তোমার বিষয়ে বিবেচনা করি কব, 'যি পুরুষে পৃথিবীখন কঁপাইছিল, রাজ্যবোর জোকারিছিল, ১৭ জগতখনক অরণ্যস্বরূপ করিছিল, তার নগরবোর উচ্ছন্ন করিছিল, আরু আপোনার বন্দীয়ারবোরক ঘরলৈ যাবলৈ মুক্ত নকরিছিল, এয়েই সেই জন পুরুষ নে?' ১৮ জাতিবিলাকর সকলো রজাই, সিবিলাকর আটায়ে আপোন আপোন গৃহত সম্মানেরে সৈতে শুইছে। ১৯ কিন্তু গাঁতর শিলবোরলৈ নামিব লগা তরোৱালর খোঁচত হত হোৱা লোকেরে ঢকা হোৱা যি তুমি, ভরিরে গচকা মরা শবর নিচিনাকৈ ঘৃণনীয় এটা ডালর সদৃশে, তোমার মৈদামর পরা তোমাক আঁতরত পেলোৱা হৈছে। ২০ মৈদামত তোমাক সিবিলাকর লগত লগ লগোৱা নহব; কারণ তুমি আপোন দেশ উচ্ছন্ন করিলা, আপোন লোকবিলাকক বধ করিলা; দুরাচারীইঁতর বংশর নাম সদাকাললৈকে নেথাকিব। ২১ তার সন্তানবোরে উঠি পৃথিবী অধিকার করি, জগতখন নগররে পরিপূর্ণ নকরিবর নিমিত্তে, সিইঁতর ওপর-পিতৃবিলাকর অপরাধর কারণে সিইঁতর

অর্থে তোমালোকে বধর ঠাই যুগুত করা"। [22]আৰু বাহিনীবিলাকৰ যিহোৱাই কৈছে, মই সিহঁতৰ বিৰুদ্ধে উঠি বাবিলৰ পরা নাম আৰু অৱশিষ্ট ভাগ, পো আৰু নাতিক উচ্ছন্ন কৰিম, এয়ে যিহোৱাৰ বচন। [23]মই তাক কেঁটেলা পহুৰ বাসস্থান, আৰু জলাহ কৰিম; আৰু বাহিনীবিলাকৰ যিহোৱাই কৈছে, মই সংহাৰক-স্বরূপ বাঢ়নিৰে তাক সারি পেলাম।

### অচূৰৰ বিৰুদ্ধে আৰু পলেষ্টিয়াৰ বিৰুদ্ধে কোৱা ভাববাণী।

[24]বাহিনীবিলাকৰ যিহোৱাই শপথ করি কৈছে, মোৰ দেশত অচূৰক ভাঙি ডোখৰ ডোখৰ কৰিবলৈ, আৰু মোৰ পৰ্ব্বতবোৰত তাক ভৰিৰে গচকিবলৈ মই যি রূপে ভাবিলোঁ, নিশ্চয়ে সেই রূপে ঘটিব, আৰু যি রূপ কল্পনা কৰিলোঁ, সেয়ে সাফল হব; [25]তাতে সিবিলাকৰ পরা তাৰ যুঁৱলি দূৰ হব, আৰু সিবিলাকৰ কান্ধৰ পরা তাৰ ভাৰ আঁতৰ হব। [26]গোটেই পৃথিবীৰ বিষয়ে স্থিৰ কৰা এয়ে অভিপ্ৰায়, আৰু সকলো জাতিবিলাকৰ ওপৰত মেলা এয়ে হাত। [27]কিয়নো বাহিনীবিলাকৰ যিহোৱাই কল্পনা কৰিলে; কোনে তাক ব্যৰ্থ কৰিব পাৰে? আৰু তেওঁৰ হাত মেলা আছে; কোনে তাক কোঁচ খুৱাব পাৰে?

[28]আহজ ৰজাৰ মৃত্যু হোৱা বছৰত এই ভাববাক্য হৈছিল।

[29]হে পলেষ্টিয়া, তোমালোকক প্ৰহাৰ কৰা দণ্ডডাল ভগা দেখি তোমালোক কোনেও আনন্দ নকৰিবা; কিয়নো সাপৰূপ গছজোপাৰ মূলৰ পরা এটা ফেঁটী সাপ ওলাব, আৰু তাৰ ফল এটা পোৰণি ধৰোৱা উড়ণীয়া সাপ হব। [30]দৰিদ্ৰবিলাকৰ অতি দৰিদ্ৰই চৰিবলৈ পাব, আৰু দুঃখীয়াবিলাকে নিৰ্ভয়ে শয়ন কৰিব; কিন্তু আকালৰ দ্বাৰায় মই তোমাৰ মূল নষ্ট কৰিম, আৰু তোমাৰ অৱশিষ্ট ভাগক বধ কৰা হব। [31]হে পুৰদ্বাৰ, হাহাকাৰ কৰা; হে নগৰ, চিঁয়ৰা; হে পলেষ্টিয়া, তোমালোক আটায়ে গলি গলা; কিয়নো উত্তৰ দিশৰ পরা ধুঁৱা আহিছে; আৰু তাৰ সৈন্যসামন্তৰ কোনেও লগ এৰি নেযাব। [32]তেনে হলে জাতিৰ দূতবিলাকক কি উত্তৰ দিয়া যাব? যিহোৱাই চিয়োনক স্থাপন কৰিলে, আৰু তেওঁৰ প্ৰজাবিলাকৰ দুঃখীয়াবিলাকে তাত আশ্ৰয় লব, এনে উত্তৰ দিয়া যাব।

### মোৱাবৰ বিৰুদ্ধে কোৱা ভাববাণী।

**15** মোৱাব্‌বিষয়ক ভাৰবাক্য।

বাস্তৱিক একে ৰাতিতে আৰ-মোৱাব উচ্ছন্ন হল, নষ্ট হল; বাস্তৱিক একে ৰাতিতে কীৰ-মোৱাব উচ্ছন্ন হল, নষ্ট হল। [2]লোকবিলাকে মন্দিৰ আৰু দীবোনলৈ, ওখ ঠাইবোৰলৈ ক্ৰন্দন কৰিবৰ অৰ্থে উঠি গল; নবো আৰু মেদবাৰ ওপৰত মোৱাবে হাহাকাৰ কৰিছে; আটাইৰে মূৰ টকলা, প্ৰতিজনৰ ডাড়ি কটা হৈছে। [3]সিহঁতৰ বাটত সিহঁতে চট কাপোৰেৰে কঁকাল বান্ধিছে; সিহঁতৰ ঘৰৰ চালবোৰত, আৰু সিহঁতৰ চকবোৰত প্ৰতিজনে অতিশয়ৰূপে কান্দি হাহাকাৰ কৰিছে। [4]হিচ্‌বোন আৰু ইলিয়ালিয়ে চিঁয়ৰিছে, যহচলৈকে সিহঁতৰ শব্দ শুনা গৈছে; এই হেতুকে মোৱাবৰ সুসজ্জিত লোকবিলাকে আৰ্ত্তনাদ কৰিছে; আৰু তাৰ প্ৰাণ তাৰ অন্তৰত কঁপিছে। [5]মোৰ হৃদয়ে মোৱাবৰ নিমিত্তে চিঁয়ৰিছে, তাৰ প্ৰধান লোকবিলাকে চোৱৰলৈ ইগ্লৎ-চলিচিয়ালৈ পলাই গৈছে; কিয়নো সিহঁতে লুহীতলৈ উঠি যোৱা বাটেদি কান্দি কান্দি উঠি গৈছে; কাৰণ সিহঁতে হোৰোণয়িমৰ বাটত সৰ্ব্বনাশ সৰ্ব্বনাশ বুলি এঁটাহ পাৰিছে। [6]কিয়নো নিম্ৰীমৰ জলসমূহ মৰুভূমি হল; কাৰণ ঘাঁহ শুকাই গল, কোমল তৃণ নাইকিয়া হল, কেঁচা বৰণীয়া একেবাৰেই নাই। [7]এই হেতুকে সিহঁতে আপোনাৰ আৰ্জ্জিত যথেষ্ট ধন আৰু সাঁচি থোৱা বস্তু বাইচী বৃক্ষৰ জুৰীৰ সিপাৰলৈ লৈ যাব। [8]কিয়নো চিঁয়ৰে মোৱাবৰ সকলো সীমা জুৰিছে; তাৰ হাহাকাৰ ইগ্লয়িমলৈকে, আৰু তাৰ হাহাকাৰ বেৰ-এলীমলৈকে শুনা গৈছে। [9]কিয়নো দীমোনৰ জলসমূহ তেজেৰে পৰিপূৰ্ণ হৈছে; কাৰণ মই দীমোনৰ ওপৰলৈ আৰু দুঃখ আনিম, মোৱাবৰ পরা পলাই যোৱা লোকলৈ আৰু দেশৰ অৱশিষ্ট ভাগলৈ এটা সিংহ আনিম।

**১৬** ১ তোমালোকে দেশৰ অধিপতিলৈ পাব লগীয়া পুষ্ট মেৰ চেলাৰ পৰা অৰণ্যৰ ফাললৈ চিয়োন-জীয়াৰীৰ পৰ্ব্বতটোলৈ পঠাই দিয়া। ২ কিয়নো অৰ্ণোনৰ পাৰ-ঘাটবোৰত মোৱাবৰ জীয়াৰী-বিলাক ভ্ৰমি ফুৰা চৰাইৰ নিচিনা, বাহৰ পৰা খেদি দিয়া পক্ষীৰ নিচিনা হব। ৩ পৰামৰ্শ দিয়া, ন্যায় বিচাৰ কৰা, দুপৰীয়া আপোনাৰ ছাঁয়াক ৰাতিৰ নিচিনা কৰা, খেদি দিয়াবিলাকক লুকুৱাই ৰাখা; ভ্ৰমি ফুৰা লোকক দেখুৱাই নিদিবা। ৪ মোৰ খেদি দিয়া লোকক তোমাৰ লগত বাস কৰিবলৈ দিয়া; মোৱাবৰ নিমিত্তে হলে, তুমি লুট কৰা জনৰ সম্মুখত লুকাই থকা ঠাই হোৱা; কিয়নো অন্যায়ৰূপে গ্ৰহণকাৰী লুপ্ত হল, লুট থামিল, অত্যাচাৰীহঁত দেশৰ পৰা উচ্ছন্ন হল। ৫ আৰু এখন সিংহাসন দয়াত স্থাপিত হব, আৰু যি জনে বিচাৰ কৰিব, ন্যায়ৰ চেষ্টা কৰিব, আৰু ধাৰ্ম্মিকতাৰ কাৰ্য্য কৰিবলৈ বেগী হব, সেই জনে দায়ূদৰ তাম্বুত সত্যতাৰে তাৰ ওপৰত বহিব।

৬ আমি মোৱাবৰ অহঙ্কাৰৰ বিষয়ে শুনিলোঁ, যে, সি বৰ গৰ্ব্বী; তাৰ দৰ্প, অহঙ্কাৰ, আৰু ক্ৰোধৰ বিষয়েও শুনিলোঁ; তাৰ বৰ বৰ কথা মিছা। ৭ এই হেতুকে মোৱাবে মোৱাবৰ নিমিত্তে হাহাকাৰ কৰিব, তাৰ প্ৰতিজনে হাহাকাৰ কৰিব; একেবাৰে প্ৰহাৰিত যি তোমালোক, তোমালোকে কীৰ-হেৰচতৰ দ্ৰাক্ষাগুটিৰ লদাৰ নিমিত্তে শোক কৰিবা। ৮ কিয়নো হিচ্‌বোনৰ শস্যক্ষেত্ৰ আৰু চিব্‌মাৰ দ্ৰাক্ষালতা-ডালি জঁৰ পৰিল, জাতিবোৰৰ অধিপতি-বিলাকে তাৰ উত্তম ডালবোৰ ভাঙি পেলালে; সেইবোৰে যাজেৰ পাইছিলগৈ, সেইবোৰে বগাই অৰণ্যৰ মাজলৈকে গৈছিলগৈ; আৰু তাৰ ঠালবোৰ সমুদ্ৰৰ সিপাৰলৈকে ব্যাপি গৈছিল। ৯ এই হেতুকে মই চিব্‌মাৰ লতা-ডালিৰ নিমিত্তে যাজেৰৰ কান্দনিৰে কান্দিম। হে হিচ্‌বোন, হে ইলিয়ালি, মই মোৰ চকু-লোৰে তোমাক তিয়াম; কাৰণ তোমাৰ ফলৰ আৰু দাব লগীয়া শস্যৰ ওপৰত যুদ্ধৰ ধ্বনিস্বৰূপ বজ্ৰপাত পৰিল। ১০ আনন্দ আৰু হৰ্ষক ফল-ৱান বাৰীৰ পৰা দূৰ কৰা হল; দ্ৰাক্ষাবাৰী-বোৰত গান কি আনন্দধ্বনি আৰু নহব; দ্ৰাক্ষাকুণ্ডত গচকি দ্ৰাক্ষাৰস উলিয়াবলৈ কোনো গচকোঁতা নহব; মই দ্ৰাক্ষা গচকা আনন্দ-ধ্বনিটো থমালোঁ। ১১ এই নিমিত্তে মোৰ নাড়ী-বোৰ মোৱাবৰ কাৰণে, আৰু মোৰ অন্তৰৰ ভাগ-বোৰ কীৰ-হেৰচতৰ নিমিত্তে এখন বীণাৰ নিচিনাকৈ বাজিছে। ১২ আৰু যেতিয়া মোৱাবে উপস্থিত হৈ ওখ ঠাইখনত আপোনাকে ক্লান্ত কৰিব, আৰু প্ৰাৰ্থনা কৰিবলৈ পবিত্ৰ-স্থানত সোমাব, তেতিয়া সি কৃতকাৰ্য্য নহব।

১৩ এয়ে যিহোৱাই মোৱাবৰ বিষয়ে পূৰ্ব্বে কোৱা বাক্য; ১৪ কিন্তু এতিয়া যিহোৱাই কৈছে, বেচ খাই কাম কৰা মানুহৰ বছৰৰ নিচিনা তিনি বছৰৰ ভিতৰত, তাৰ সমস্ত লোকাৰণ্যেৰে সৈতে মোৱাবৰ গৌৰৱ তুচ্ছনীয় হব, আৰু অৱশিষ্ট ভাগ অতি ক্ষুদ্ৰ আৰু নগণ্য হব।

### দম্মেচক আৰু ইফ্ৰয়িমৰ বিৰুদ্ধে কোৱা ভাববাণী।

**১৭** দম্মেচকবিষয়ক ভাৰবাক্য। দেখা, দম্মেচক নগৰ গুচি ভগ্নৰাশি হব। ২ অৰোয়েৰৰ নগৰবোৰ পৰিত্যক্ত হব; সেইবোৰ মেৰৰ জাকৰ নিমিত্তে চৰণী ঠাই হব; মেৰবোৰে কাৰো পৰা ভয় নোপোৱাকৈ তাত শুব। ৩ ইফ্ৰয়িমৰ দুৰ্গ, দম্মেচকৰ ৰাজ্য, আৰু অৰামৰ অৱশিষ্ট ভাগ লোপ পাব; বাহিনীবিলাকৰ যিহোৱাই কৈছে, সেইবোৰ ইস্ৰায়েলৰ সন্তান-বিলাকৰ গৌৰৱৰ সদৃশ হব।

৪ আৰু সেই দিনা যাকোবৰ গৌৰৱ অতি দুৰ্ব্বল হব, আৰু তাৰ হৃষ্টপুষ্ট শৰীৰ ক্ষীণ হব। ৫ আৰু যেনেকৈ ধান দাওঁতাই থিয়ৈ থকা শস্য গোটায়, আৰু আপোন হাতেৰে থোকবোৰ কাটে, বা যেনেকৈ কোনোৱে ৰফায়ীম উপত্যকাত থোকবোৰ বোটলে, সেই দৰে হব। ৬ তথাপি, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই কৈছে, এজোপা জিতবৃক্ষ জোকৰাত যেনেকৈ অতি ওখ ডালটিৰ আগত দুটা তিনিটা গুটি থাকে, যেনেকৈ এজোপা ফলৱতী বৃক্ষৰ ডালবোৰত চাৰিটা পাঁচোটা গুটি থাকে, তেনেকৈ তাত অলপ অৱ-শিষ্ট থাকিব। ৭ সেই দিনা মানুহে আপোন সৃষ্টিকৰ্ত্তালৈ মুখ কৰিব, আৰু আপোন চকুৱে

ইস্রায়েলৰ পবিত্র জনালৈ দৃষ্টি কৰিব। [৮] আৰু সি আপোন হাতৰ কাৰ্য্য যজ্ঞবেদিবোৰলৈ চকু নিদিব, নাইবা তাৰ আঙ্গুলিৰে সজা আচেৰা মূৰ্ত্তিবোৰ বা সূৰ্য্য-প্ৰতিমাবোৰলৈ দৃষ্টি নকৰিব। [৯] যি ঠাইবোৰ ইস্রায়েলৰ সন্তানবিলাকৰ শুনত পৰিত্যক্ত হৈছিল, সেই দিনা তাৰ দৃঢ় নগৰবোৰ কাঠনিত আৰু পৰ্ব্বতৰ টিঙত থকা সেই পৰিত্যক্ত ঠাইবোৰৰ নিচিনা হব, আৰু দেশ উচ্ছন্ন হব। [১০] কিয়নো তুমি আপোন পৰিত্ৰাণৰ ঈশ্বৰক পাহৰিলা, আৰু তোমাৰ বলস্বৰূপ শিলালৈ অমনোযোগী হলা; এই নিমিত্তে তুমি সুন্দৰ সুন্দৰ পুলিবোৰ ৰুইছা, আৰু তাৰ মাজত বিদেশী কলম লগাইছা; [১১] পুলি ৰোৱা দিনা, তাত বেৰা দিছা, আৰু ৰাতিপুৱাতে তোমাৰ যত্নত তোমাৰ গুটি গজি ফুলিছে; কিন্তু শোক আৰু সাংঘাতিক ক্লেশৰ দিনা উৎপন্ন ফল উড়ি যাব।

অচুৰৰ বিষয়। কূচীয়া দূতবোৰক দিয়া আদেশ।

[১২] শুনা, সেইয়া সমুদ্ৰৰ গৰ্জ্জনৰ নিচিনাকৈ গৰ্জ্জন কৰা অনেক লোকসমূহৰ কোলাহল! আৰু শুনা, সেইয়া প্ৰবল ঢল পানীৰ বেগেৰে যোৱা শবদৰ নিচিনা জাতিবিলাকৰ বেগেৰে যোৱা শবদ! [১৩] বিস্তৰ ঢল পানী বেগেৰে বৈ যোৱাৰ নিচিনাকৈ জাতিবিলাক বেগেৰে গৈছে; কিন্তু তেওঁ সিহঁতক ধমকি দিব; তাতে সিহঁতে বহুদূৰলৈ পলাই যাব, আৰু বতাহৰ আগত উড়ি যোৱা পৰ্ব্বতৰ ঘূৰ্ণাৰ নিচিনাকৈ, আৰু ধুমুহাৰ আগত ঘূৰি ঘূৰি যোৱা ধূলিৰ নিচিনাকৈ সিহঁতক খেদাই দিয়া হব। [১৪] দেখা, সন্ধ্যা পৰত ত্ৰাস হব; কিন্তু ৰাতি নৌ পুৱাওঁতেই সিহঁত নাইকিয়া হব। এয়ে আমাক লুট কৰোঁতাহঁতৰ অংশ, আৰু এয়ে আমাক অপহৰণ কৰোঁতাবোৰৰ ভাগ।

**১৮** সমুদ্ৰপথেদি, এনে কি, জলসমূহৰ ওপৰেদি নলেৰে সজা নাৱেৰে প্ৰতিনিধি পঠোৱা, কূচ দেশীয় নদীবোৰৰ সিপাৰে থকা, পাখীৰে ঝিঁ ঝিঁ শব্দকাৰী হে দেশ, শুনা; [২] হে ক্ৰুতগামী দূতবিলাক, দীৰ্ঘকায় আৰু নিমজ গাৰে এক জাতিৰ, আদিৰে পৰা এতিয়ালৈকে ভয়ঙ্কৰ এক জাতিৰ, নদীবোৰে দেশ বিভক্ত কৰা দুগুণ পৰাক্ৰমী আৰু মৰ্দ্দনকাৰী এক জাতিৰ ওচৰলৈ যোৱা। [৩] হে জগত-নিবাসিবিলাক, হে পৃথিবীত থকা লোকবিলাক, যেতিয়া পৰ্ব্বতবোৰৰ ওপৰত ধ্বজা তোলা হব, তেতিয়া দৃষ্টি কৰিবা, আৰু যেতিয়া শিঙ্গা বাজিব, তেতিয়া শুনিবা। [৪] কিয়নো যিহোৱাই মোক এই দৰে কলে, নিৰ্ম্মল আকাশৰ ৰ'দৰ নিচিনাকৈ, আৰু শস্য চপোৱা কালৰ গৰমৰ নিয়ৰযুক্ত মেঘৰ নিচিনাকৈ মই ক্ষান্ত হৈ বহি থাকিম। [৫] কাৰণ, ফল চপোৱাৰ পূৰ্ব্বে যি সময়ত ফুল সৰিল, আৰু ফুলৰ ঠাইত পকিব ধৰা গুটি হল, এনে সময়ত তেওঁ ডালবোৰ কলম কটাৰিৰে কাটি পেলাব, আৰু ফেৰ মেলি যোৱা ঠালবোৰ দূৰ কৰিব, ছেদন কৰিব। [৬] পৰ্ব্বতৰ হিংসক চৰাইবোৰৰ নিমিত্তে, আৰু পৃথিবীৰ জন্তুবোৰৰ নিমিত্তে সেই সকলো পৰিত্যক্ত হব; আৰু হিংসক চৰাইবোৰে সেই সকলোৰ ওপৰত ঘামকাল, আৰু পৃথিবীৰ জন্তুবোৰে সেই সকলোৰ ওপৰত জাৰকাল কটাব। [৭] সেই সময়ত দীৰ্ঘকায় আৰু নিমজ গাৰে এক জাতি, আদিৰে পৰা এতিয়ালৈকে ভয়ঙ্কৰ এক জাতি, নদীবোৰে দেশ বিভক্ত কৰা দুগুণ পৰাক্ৰমী আৰু মৰ্দ্দনকাৰী এক জাতিক উপহাৰস্বৰূপে বাহিনীবিলাকৰ যিহোৱাৰ ওচৰলৈ, বাহিনীবিলাকৰ যিহোৱাৰ নাম থকা ঠাই চিয়োন পৰ্ব্বতলৈ অনা হব।

মিচৰবিষয়ক ভাববাণী।

**১৯** মিচৰবিষয়ক ঈশ্বৰৰ ভাৰবাক্য।

দেখা, যিহোৱাই দ্ৰুতগামী মেঘত উঠি মিচৰ দেশলৈ গমন কৰিছে; তেওঁৰ সম্মুখত মিচৰৰ মূৰ্ত্তিবোৰ অস্থিৰ হব, আৰু মিচৰীয়াহঁতৰ হৃদয় নিজৰ অন্তৰত গলি যাব। [২] আৰু মই মিচৰীয়াহঁতক মিচৰীয়াহঁতৰ বিৰুদ্ধে উচটাম; সিহঁত প্ৰতিজনে আপোন ভায়েকৰ বিৰুদ্ধে, আপোন ওচৰ-চুবুৰীয়াৰ বিৰুদ্ধে যুদ্ধ কৰিব; নগৰৰ বিৰুদ্ধে নগৰে, আৰু ৰাজ্যৰ বিৰুদ্ধে ৰাজ্যই যুদ্ধ কৰিব। [৩] আৰু মিচৰীয়াহঁতৰ অন্তৰত আপোন আপোন হৃদয় শুদা পাত্ৰৰ নিচিনা হব, আৰু মই সিহঁতক হতবুদ্ধি কৰিম; তাতে সিহঁত মূৰ্ত্তিবোৰৰ, আৰু ভোনভোনাওঁতা ভূত-

পোহোঁতা, আৰু গুণমন্ত্ৰ জনাবিলাকৰ ওচৰলৈ যাব। [4]বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে কৈছে, মই মিচৰীয়াহঁতক এজন নিষ্ঠুৰ মুনিবৰ হাতত সমৰ্পণ কৰিম, আৰু এজন ভয়ঙ্কৰ ৰজাই সিহঁতক শাসন কৰিব। [5]সমুদ্ৰখনৰ পানী শুকাই যাব, আৰু নদীখন চট পড়ি শুকাই যাব। [6]নৈবোৰ গোন্ধাব, মিচৰৰ খাল-বোৰৰ পানী কমি কমি শুকাই যাব; নল আৰু খাগৰি লেৰেলা পড়িব। [7]নীল নদীৰ ওচৰৰ নীল নদীৰ দাঁতিৰ থাইনিবোৰ, আৰু নীল নদীৰ পাৰত বোৱা সকলো শস্য শুকাই উড়ি গৈ নাইকিয়া হব। [8]মাছ-মৰীয়াবিলা-কেও হাহাকাৰ কৰিব, নদীত বৰথি বোৱা-বিলাকে শোক কৰিব, আৰু পানীৰ ওপ-ৰত জাল মৰাবিলাক বিবৰ্ণ হব। [9]তাত বাজে ফনিওৱা শণ সূতাৰে কাম কৰা-বিলাক আৰু শুক্ল বস্ত্ৰ বোৱাবিলাক লজ্জিত হব। [10]আৰু তাৰ স্তম্ভবোৰ ডোখৰ ডোখৰকৈ ভগ্ন হব; বেচ খাই কাম কৰাবিলাকে মনত কষ্ট পাব। [11]চোৱনৰ মুখ্য লোকবিলাক একে-বাৰে মূৰ্খ, আৰু মন্ত্ৰণাৰ বিষয়ে হলে, ফৰৌণৰ সকলোতকৈ জ্ঞানী মন্ত্ৰীবিলাক পশুতুল্য; "মই জ্ঞানীবিলাকৰ পুত্ৰ, প্ৰাচীন ৰজাবিলাকৰ সন্তান," এই বুলি ফৰৌণৰ আগত তোমালোক প্ৰতিজনে কেনেকৈ কব পাৰা? [12]তেন্তে তোমাৰ জ্ঞানীবিলাক কত? সিবিলাকে তোমাক এতিয়া কওক, আৰু মিচৰৰ বিষয়ে বাহিনী-বিলাকৰ যিহোৱাই কি মনস্থ কৰিলে, তাক সিবিলাকে জানোক। [13]চোৱনৰ মুখ্য লোক-বিলাক মূৰ্খ হল, নোফৰ মুখ্য লোকবিলাক প্ৰব-ঞ্চিত হল; সিবিলাক মিচৰৰ ফৈদবোৰৰ চুকৰ শিলটিস্বৰূপ, সিবিলাকে মিচৰীয়াহঁতক ভ্ৰান্ত কৰিলে। [14]যিহোৱাই মিচৰৰ অন্তৰত এক ভ্ৰান্তিজনক মদস্বৰূপ আত্মা ঢালি দিয়াত, সিবি-লাকে মিচৰক তাৰ সকলো কামত ভ্ৰান্ত কৰি, বঁতিয়াই বঁতিয়াই চলংপলং কৰা মতলীয়াৰ নিচিনা কৰিলে। [15]মিচৰৰ নিমিত্তে, মূৰে কি নেগুৰে, খাজুৰ পাতে কি খাগৰিয়ে কৰিব পৰা কোনো কাম সিদ্ধ নহব।

[16]সেই দিনা মিচৰীয়াহঁত তিৰুতাৰ নিচিনা হব; বাহিনীবিলাকৰ যিহোৱাই সিহঁতৰ ওপৰত যি হাত জোকাৰিব, সেই হাতৰ জোকাৰণিৰ কাৰণে সিহঁতে কঁপিব আৰু ভয় কৰিব। [17]যিহুদা দেশ মিচৰীয়াহঁতৰ আগত ত্ৰাসৰ কাৰণ হব; যি যি মানুহৰ আগত তাৰ উল্লেখ কৰা হব, সেই সকলোৱে মিচৰৰ বিৰুদ্ধে বাহিনী-বিলাকৰ যিহোৱাই কৰা অভিপ্ৰায়ৰ কাৰণে ভয় পাব।

[18]সেই দিনা কনানীয়া ভাষা কওঁতা, আৰু বাহিনীবিলাকৰ যিহোৱালৈ শপথ কৰোঁতা পাঁচখন নগৰ হব; এখন ধ্বংসপুৰী নামেৰে বিখ্যাত হব।

[19]সেই দিনা মিচৰ দেশৰ মাজত যিহোৱাৰ উদ্দেশে এক যজ্ঞবেদি, আৰু তাৰ সীমাত যিহো-ৱাৰ উদ্দেশে এটা স্তম্ভ হব। [20]সেয়ে মিচৰ দেশত বাহিনীবিলাকৰ যিহোৱাৰ অৰ্থে এক চিন আৰু এক সাক্ষীস্বৰূপ হব। কিয়নো সিবিলাকে উপদ্ৰৱকাৰীবিলাকৰ কাৰণে যিহোৱাৰ আগত কাতৰোক্তি কৰিব; তেতিয়া তেওঁ সিবিলাকৰ ওচৰলৈ এজন ত্ৰাণকৰ্ত্তা বীৰ পঠাই দিব, আৰু তেওঁ সিবিলাকক উদ্ধাৰ কৰিব। [21]আৰু যিহোৱা মিচৰৰ আগত পৰিচিত হব, আৰু মিচৰীয়াবিলাকে যিহোৱাক সেই দিনা জানিব, এনে কি, সিবিলাকে বলিদান আৰু নৈবেদ্যৰ দ্বাৰায় তেওঁৰ আৰাধনা কৰিব, আৰু যিহোৱাৰ উদ্দেশে সঙ্কল্প কৰিব, আৰু সিদ্ধও কৰিব। [22]আৰু যিহোৱাই মিচৰক প্ৰহাৰ কৰিব, আৰু প্ৰহাৰ কৰি সুস্থ কৰিব; সিবিলাকে যিহোৱালৈ পালটিব, তাতে তেওঁ সিবিলা-কৰ নিবেদন গ্ৰাহ্য কৰি সিবিলাকক সুস্থ কৰিব।

[23]সেই দিনা মিচৰ দেশৰ পৰা অচূৰলৈ এটা ৰাজ-আলি হব, তাতে অচূৰীয়া লোকে মিচ-ৰলৈ, আৰু মিচৰীয়া লোকে অচূৰলৈ অহাযোৱা কৰিব; আৰু মিচৰীয়াবিলাকে অচূৰীয়াবিলাকৰ লগত আৰাধনা কৰিব।

[24]সেই দিনা ইস্ৰায়েল, মিচৰ আৰু অচূৰৰ লগত তৃতীয় হৈ পৃথিবীৰ মাজত আশীৰ্ব্বাদপ্ৰাপ্ত হব; [25]কিয়নো বাহিনীবিলাকৰ যিহোৱাই সিবিলাকক আশীৰ্ব্বাদ দি কব, মোৰ প্ৰজা মিচৰ, মোৰ হাতে কৰা অচূৰ, আৰু মোৰ আধিপত্য ইস্ৰায়েল আশীৰ্ব্বাদপ্ৰাপ্ত হওক।

মিচৰ আৰু কূচক পৰাজয় কৰাৰ বিষয়।

২০ অচূৰৰ চৰ্গোন ৰজাই তৰ্ত্তনক পঠোৱাত, তেওঁ যি বছৰত অচ্দোদলৈ আহি তাৰ বিৰুদ্ধে যুদ্ধ কৰি তাক ললে, [২] সেই সময়ত আমোচৰ পুত্ৰ যিচয়াৰ দ্বাৰায় যিহোৱাই কলে, যোৱা, তোমাৰ কঁকালৰ পৰা চট কাপৰ শুচুউৱা, আৰু তোমাৰ ভৰিৰ পৰা জোতা সোলোকোৱা। তাতে তেওঁ সেই দৰে কৰি উদং গাৰে আৰু শুদা ভৰিৰে ফুৰিব ধৰিলে। [৩] পাছে যিহোৱাই কলে, যেনেকৈ মোৰ দাস যিচয়াই মিচৰ আৰু কূচবিষয়ক এক চিন আৰু অদ্ভুত লক্ষণস্বৰূপে উদং গাৰে আৰু শুদা ভৰিৰে তিনি বছৰলৈকে ফুৰিলে, [৪] সেই দৰে অচূৰৰ ৰজাই মিচৰৰ লাজৰ নিমিত্তে উদং গাৰে, শুদা ভৰিৰে, আৰু অনাবৃত টিকাৰে, ডেকা হওক, বা বুঢ়া হওক, মিচৰীয়া লোকক বন্দী কৰি, আৰু কূচীয়া লোকক দেশান্তৰ কৰি লৈ যাব। [৫] তাতে লোকবিলাকে আপোনাৰ আশাভূমি কূচৰ, আৰু আপোনাৰ গৌৰবস্থল মিচৰৰ কাৰণে বিহ্বল হৈ লজ্জিত হব। [৬] সেই দিনা সাগৰৰ দাঁতিৰ এই দেশ-নিবাসীয়ে কব, দেখা, অচূৰীয়া ৰজাৰ পৰা উদ্ধাৰ পাবৰ কাৰণে সহায়ৰ অৰ্থে যলৈ আমি পলাই গৈছিলোঁ, আমাৰ সেই আশাভূমিৰে এনে দশা; তেন্তে আমি নিজে কেনেকৈ ৰক্ষা পাম?

বাবিলৰ বিষয়ে, ইদোমৰ বিষয়ে, আৰু আৰবৰ বিষয়ে কোৱা ভাববাণী।

২১ সাগৰৰ তীৰৰ অৰণ্যবিষয়ক ভাৰবাক্য।

যেনেকৈ দক্ষিণ অঞ্চলত বামাৰলি বতাহ বেগেৰে চলে, তেনেকৈ আপদ অৰণ্যৰ পৰা, ভয়ানক দেশৰ পৰা চলি আহিছে। [২] এটা নিদাৰুণ দৰ্শন মোক দেখুউৱা হৈছে; বিশ্বাসঘাতকে বিশ্বাস-ঘাতকতা কৰিছে, আৰু লুট কৰোঁতাই লুট কৰিছে। হে এলম, উঠি যোৱা; হে মাদিয়া, অৱৰোধ কৰা; তাৰ দ্বাৰায় হোৱা সকলো হুমুনিয়াহ মই থমালোঁ। [৩] এই কাৰণে মোৰ কঁকাল যাতনাৰে পূৰ; প্ৰসবকাৰিণীৰ যাতনাৰ নিচিনা বেদনাই মোক ধৰিছে; মই এনে ধৰফৰ কৰিছোঁ, যে, শুনিব নোৱাৰোঁ, এনে বিহ্বল হৈছোঁ, যে, মই দেখিব নোৱাৰোঁ। [৪] মোৰ বুকু ঢপঢপ কৰিছে; মহাত্ৰাসে মোক ব্যাকুল কৰিছে; মোৰ বাঞ্ছনীয় সন্ধ্যাকাল পৰিবৰ্ত্তন হৈ মোৰ পক্ষে কম্পনৰ কাৰণ হল। [৫] মেজ সজোৱা হৈছে, পৰীয়া নিযুক্ত হৈছে, ভোজন-পান চলিছে; হে সেনাপতিবিলাক, উঠা, ঢালত তেল ঘঁহা। [৬] কিয়নো প্ৰভুৱে মোক এই দৰে কৈছে, যোৱা, এজন পৰীয়া নিযুক্ত কৰা; সি যি দেখে, তাক প্ৰকাশ কৰোক। [৭] যেতিয়া সি যোৰ যোৰ হৈ যোৱা অশ্বাৰোহী সৈন্য এদল, গাধত উঠা সৈন্য এদল, উটত উঠা সৈন্য এদল দেখিব, তেতিয়া সি অতি মনোযোগেৰে কাণ পাতিব। [৮] পাছে সি সিংহ-গৰ্জ্জনেৰে চিঞৰি কলে, হে প্ৰভো, মই দিনটো নিৰন্তৰে প্ৰহৰী-গৃহৰ ওপৰত থিয় হৈ আছোঁ, আৰু ওৰেৰাতি পৰ দিয়া ঠাইত মোক ৰখা হৈছে; [৯] আৰু দেখা, সৌৱা যোৰ যোৰ হৈ অশ্বাৰোহী সৈন্য এদল আহিছে। সি মাত লগাই আকৌ কলে, বাবিল পতিত হল, পতিত হল; আৰু তাৰ দেৱতাবোৰৰ আটাই মূৰ্ত্তিবোৰ ডোখৰ ডোখৰ হৈ মাটিত পৰি আছে। [১০] হে মোৰ মৰণা মৰা শস্য আৰু খলাৰ ধানস্বৰূপ লোক, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাৰ পৰা যি শুনিলোঁ, তাকে মই তোমালোকক জনালোঁ।

[১১] দূমাবিষয়ক ভাৰবাক্য।

চেয়ীৰৰ পৰা কোনো এজনে মোক মাতি কৈছে, হে প্ৰহৰি, কিমান ৰাতি? হে প্ৰহৰি, কিমান ৰাতি? [১২] প্ৰহৰীয়ে উত্তৰ দি কলে, প্ৰভাত আহিছে, আৰু ৰাতিও আহিছে; যদি সুধিব খোজা সোধা; আকৌ ঘূৰি আহাঁ।

[১৩] আৰব্‌বিষয়ক ভাৰবাক্য।

হে দদানীয়া পথিকদলবিলাক, তোমালোকে আৰবৰ কাঠনিৰ মাজত ৰাতি থাকিব লাগিব। [১৪] তেমা-দেশ-নিবাসীবিলাকে তৃষ্ণাতুৰ লোকৰ নিমিত্তে জল আনিছে, আগ বাঢ়ি গৈ পলৰীয়াহঁতক আহাৰ দিছে। [১৫] কিয়নো সিহঁত তৰোৱালবোৰৰ পৰা, খোলা তৰোৱাল, ভিৰোৱা ধনু, আৰু কষ্টদায়ক যুদ্ধৰ পৰা পলাইছিল। [১৬] কাৰণ প্ৰভুৱে মোক এই দৰে কৈছে, বেচ খাই কাম কৰা মানুহৰ বছৰৰ নিচিনা

এবছৰৰ ভিতৰত কেদৰৰ সকলো গৌৰব লোপ পাব; [১৭] আৰু কেদৰবংশীয় বীৰপুৰুষ ধনুৰ্দ্ধৰবিলাকৰ অৱশিষ্ট সংখ্যা তাকৰ হব; কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কলে।

### যিৰূচালেমৰ ক্ষেমিব নোৱৰা পাপ।

**২২** দৰ্শনৰ উপত্যকাবিষয়ক ভাৰবাক্য।

তোমাৰ কি হল, যে, তোমাৰ নিবাসীবিলাক সকলোৱে ঘৰৰ চালত উঠিল? [২] হে উচ্চধ্বনিৰে পূৰ্ণা কোলাহলকাৰিণী নগৰি, হে উল্লাসপ্ৰিয়া পুৰি, তোমাৰ হতবিলাক তৰোৱালেৰে হত হোৱা নাই, বা যুদ্ধতো মৰা নাই। [৩] তোমাৰ সেনাপতিবিলাক একেলগে পলাই গলত, সিবিলাকক ধনুৰ্দ্ধৰ লোকৰ দ্বাৰায় বন্ধ কৰা হল; তোমাৰ লোকবিলাকৰ মাজৰ যিবিলাকক পোৱা গল, সিবিলাকক একেলগে বন্ধ কৰা হল, সিবিলাক দূৰলৈ পলাইছিল। [৪] এই নিমিত্তে মই কওঁ, তোমালোকে মোৰ পৰা আন ফাললৈ চকু দিয়া, মই অতি সন্তাপেৰে ক্ৰন্দন কৰিম; মোৰ প্ৰজাস্বৰূপা জীয়াৰীৰ সৰ্ব্বনাশৰ নিমিত্তে মোক সান্ত্বনা কৰিবলৈ যত্ন নকৰিবা। [৫] কিয়নো দৰ্শনৰ উপত্যকাত বাহিনীবিলাকৰ প্ৰভু যিহোৱাৰ, কোলাহল, মৰ্দ্দন, আৰু ব্যাকুলতাৰ দিন উপস্থিত হৈছে, গড়বোৰ ভঙ্গা হৈছে, আৰু চিঞৰৰ শবদ পৰ্ব্বতলৈকে গৈছে। [৬] এলমে ৰথী আৰু অশ্বাৰোহী সৈন্তে সৈতে তূণ লৈ গৈছে, আৰু কীৰে ঢাল খুলিছে। [৭] আৰু তোমাৰ মনোৰম্য উপত্যকাবোৰ ৰথেৰে পূৰ হৈছে; আৰু অশ্বাৰোহীবিলাকে দুৱাৰৰ সন্মুখত বেহু পাতিছে। [৮] তেওঁ যিহুদাৰ ওৰণী গুচালে; আৰু সেই দিনা তুমি কাঠনিৰ গৃহৰ অস্ত্ৰশস্ত্ৰলৈ দৃষ্টি কৰিলা; [৯] তুমি দায়ুদৰ নগৰৰ ভগাচিগা ঠাইবোৰলৈ চালা, কিয়নো সেইবোৰ অনেক আছিল; তোমালোকে তল পুখুৰিৰ পানীবোৰ গোটালা; [১০] তোমালোকে যিৰূচালেমৰ ঘৰবোৰ লেখ কৰিলা, আৰু নগৰৰ গড় সুদৃঢ় কৰিবৰ নিমিত্তে তাৰ কোনো কোনো ঘৰ ভাঙ্গি পেলালা; [১১] তোমালোকে পুৰণী পুখুৰিৰ পানীৰ নিমিত্তে গড় দুটাৰ মাজ ঠাইত এটা পুখুৰিও কৰিলা। কিন্তু যি জনাই এই ঘটনা ঘটালে, সেই জনালৈ তোমালোকে চকু নিদিলা, নাইবা যি জনাই বহুকালৰে পৰা ইয়াক কল্পনা কৰিলে, তেওঁলৈ দৃষ্টি নকৰিলা। [১২] আৰু সেই দিনা বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে, ক্ৰন্দন কৰিবলৈ, বিলাপ কৰিবলৈ, মূৰ টকলা কৰিবলৈ, আৰু চট কাপৰ কঁকালত বান্ধিবলৈ আহ্বান কৰিলে; [১৩] কিন্তু দেখা, আমোদ-প্ৰমোদ, গৰু-বধ, মেৰ-হত্যা, মাংস-ভোজন, আৰু দ্ৰাক্ষাৰস পান কৰা চলিছে; সিহঁতে কয়, "আহাঁ, আমি ভোজন-পান কৰোঁহঁক, কিয়নো কাইলৈ মৰিম।" [১৪] বাহিনীবিলাকৰ যিহোৱাই মোৰ আগত এই বাক্য প্ৰচাৰ কৰিলে, "তোমালোক নমৰালৈকে তোমালোকৰ এই অপৰাধ ক্ষমা কৰা নহব," এয়ে বাহিনীবিলাকৰ যিহোৱা প্ৰভুৰ বচন।

### চেব্‌নাৰ বিৰুদ্ধে কোৱা ভাববাণী।

[১৫] বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে এই ৰূপে কৈছে, যোৱা, সেই বিষয়াপাত্ৰৰ ওচৰলৈ, ঘৰৰ অধ্যক্ষ সেই চেব্‌নাৰ ওৰিলৈ গৈ কোৱা, ইয়াত তোমাৰ কি আছে, [১৬] আৰু ইয়াত তোমাৰ কোন আছে, যে, তুমি ইয়াত আপোনাৰ নিমিত্তে এটা মৈদাম খানিলা? সি ওখত আপোনাৰ নিমিত্তে এটা মৈদাম খানিলে, নিজৰ নিমিত্তে এক বাসস্থান শিলত কাটিলে। [১৭] দেখা, যিহোৱাই বীৰৰ নিচিনাকৈ তোমাক অতি বলেৰে পেলাই দিব, এনে কি, তেওঁ তোমাক মুচৰি-সামৰি পেলাব। [১৮] তেওঁ অৱশ্যে তোমাক ঘূৰিয়াই ধোপৰ দৰে গোল কৰি বহল দেশত পেলাই দিব; তোমাৰ প্ৰভুৰ বংশক লাজ দিওঁতা যি তুমি, তুমি সেই ঠাইত মৰিবা, আৰু তোমাৰ তেজস্বী ৰথবোৰ তাত থাকিব। [১৯] মই তোমাৰ বিষয়ৰ পৰা তোমাক খেদিম, আৰু তোমাৰ পদৰ পৰা তেওঁ তোমাক পেলাই দিব। [২০] সেই দিনা মই মোৰ দাস হিল্কিয়াৰ পুত্ৰ ইলিয়াকীমক মাতিম; [২১] মই তোমাৰ ৰাজবস্ত্ৰ তেওঁক পিন্ধাম, আৰু তোমাৰ টঙালিৰে তেওঁক বলৱান কৰিম, মই তোমাৰ শাসনভাৰ তেওঁৰ হাতত অৰ্পণ কৰিম, আৰু তেওঁ যিৰূচালেম-নিবাসীবিলাকৰ ও যিহুদা বংশৰ পিতৃস্বৰূপ হব। [২২] মই দায়ুদৰ বংশৰ চাবিটো তেওঁৰ কান্ধত

দিম ; তাতে তেওঁ মেলিব, কিন্তু কোনেও বন্ধ নকরিব, আৰু তেওঁ বন্ধ করিব, কিন্তু কোনেও নেমেলিব। [23] ময় বেরর নিসংশয় ঠাইত তেওঁক খুঁটিস্বরূপে মারিম ; তেওঁ আপোন পিতৃ-বংশলৈ গৌরবদায়ক আসনস্বরূপ হব। [24] তেওঁর পিতৃ-বংশর সকলো গৌরব, সন্তান-সন্ততি, আৰু পিয়লার পরা কলহলৈকে আটাই সরু পাত্র তেওঁত আরি থোরা হব। [25] বাহিনীবিলাকর যিহোৱাই কৈছে, সেই দিনা বেরর নিসংশয় ঠাইত মরা খুঁটিটো খহি পড়িব, বা ছিন্ন হৈ পড়িব, আৰু তার ওপরত আরি থোরা ভার নষ্ট হব ; কিয়নো যিহোৱাই এই কথা কলে।

তূরর বিষয়ে কোরা ভাববাণী।

২৩ তূরবিষয়ক ভারবাক্য।

হে তর্চীচর জাহাজবিলাক, হাহাকার করা ; কিয়নো এনে সর্ব্বনাশ হল, যে, ঘর কি সোমোৱা বাট একোৱেই নাই ; সিহঁতে কিত্তীম দেশ পোৱাত, এই বার্ত্তা সিহঁতর আগত প্রকাশ করা হল। [2] হে দ্বীপ-নিবাসিবিলাক, তোমালোক নিমাত হৈ থাকা ; চীদোনীয়া বণিকবিলাকে সমুদ্র পার হৈ আহি তোমাক পরিপূর্ণ করিছিল। [3] চীহোরর উৎপন্ন দ্রব্য মহাজলত আছিল, নীল নদীর শস্য তার আয় হৈছিল ; আৰু সেয়ে জাতিবিলাকর নিমিত্তে লাভ আছিল। [4] হে চীদোন, তুমি লজ্জিত হোৱা ; কিয়নো সাগরে, সমুদ্রর দৃঢ় কোঁঠে কৈছে, "ময় প্রসব করা নাই, ময় সন্তান ওপজোৱা নাই, ময় ডেকা-বিলাকক প্রতিপালন করা নাই, নাইবা যুবতী-বিলাকক ডাঙর-দীঘল করা নাই।" [5] যেতিয়া বার্ত্তা মিচর দেশ পাব, তেতিয়া তূরবিষয়ক সেই বার্ত্তাত লোকবিলাক অতিশয় দুঃখিত হব। [6] তোমালোকে তর্চীচলৈ পার হৈ যোৱা, হে দ্বীপ-নিবাসিবিলাক, হাহাকার করা। [7] যার উৎপত্তি প্রাচীনকলীয়া, যার ভরিয়ে দূর দেশত কসতি করিবলৈ তেওঁক নিছিল, তোমালোকর সেই উল্লাসকারিণী নগরী এয়ে নে? [8] যার বণিকবিলাক ডাঙরীয়া, যার বেপারীবিলাক পৃথিবীর মান্যবন্ত লোক, সেই রাজকিরীটদাত্রী তূর নগরীর বিরুদ্ধে কোনে এই কল্পনা করিলে? [9] সকলো শোভার ভূষণ কলঙ্কিত করিবলৈ, আৰু পৃথিবীর সকলো মান্যবন্ত লোকক অপমানিত করিবলৈ বাহিনীবিলাকর যিহোৱাই এই কল্পনা করিলে। [10] হে তর্চীচ-জীয়ারী, নীল নদীর নিচিনাকৈ আপোন দেশর মাজেদি যোৱা ; তোমার আৰু কটিবন্ধন নাই। [11] তেওঁ সমুদ্রর ওপরত আপোন হাত মেলিলে, তেওঁ রাজ্যবোর জোকারিলে ; যিহোৱাই কনানর বিষয়ে তার দুর্গবোর বিনষ্ট করিবলৈ আজ্ঞা দিলে। [12] আৰু তেওঁ কলে, হে বলাৎকৃত কুমারী চীদোন-জীয়ারী, তুমি আৰু উল্লাস নকরিবা, উঠা ; কিত্তীমলৈ পার হৈ যোৱা ; তাতো তুমি জিরণি নেপাবা। [13] সোৱা, দেখা, কল্দীয়াহঁতর দেশ ; সেই জাতি আৰু নাই ; অচূরীয়া লোকে বনরীয়া জন্তুর নিমিত্তে তাক নিরূপণ করিলে ; সিহঁতে আক্রমণ করিবর অর্থে ওখ ওখ দ'ম পাতিলে ; সিহঁতে তার অট্টালিকাবোর মাটির সমান করিলে ; সিহঁতে তাক ভগ্নরাশি করিলে। [14] হে তর্চীচর জাহাজবিলাক, হাহাকার করা ; কিয়নো তোমালোকর দৃঢ় আশ্রয় উচ্ছন্ন হল। [15] সেই কালত, এজন রজার রাজত্বকাল অনুসারে তূর নগরক সত্তর বছর পাহরা যাব ; সত্তর বছরর পাছত তূর নগরীর দশা বেশ্যাবিষয়ক গীতটী অনুসারে হব। [16] "হে বিস্মৃতা বেশ্যা, বীণা লৈ নগরখন ফুরা ; তোমার স্মরণ রাখিবর নিমিত্তে মনোহর বাদ্য করা, অনেক গীত গোৱা।" [17] আৰু সত্তর বছরর পাছে যিহোৱাই তূরলৈ কৃপাদৃষ্টি করিব ; তাতে তাই আপোনার লাভ-জনক ব্যবসায় পুনরায় ধরিব, আৰু ভূমণ্ডলর সকলোতে জগতর সকলো রাজ্যে সৈতে বেশ্যা-কর্ম্ম করিব। [18] আৰু তাইর উপার্জ্জন ও আয় যিহোৱার উদ্দেশে পবিত্র হব ; সেয়ে ভঁরালত গোটাই থোৱা বা সাঁচি থোৱা নহব ; কিয়নো তাইর উপার্জন যিহোৱার সম্মুখত বাস করা-বিলাকর অর্থে যথেষ্ট পরিমাণে খাবর নিমিত্তে আৰু সুন্দর বস্ত্রর নিমিত্তে ব্যবহার হব।

ঈশ্বরর মহাবিচার-দিন।

২৪ দেখা, যিহোৱাই পৃথিবী খালি করিছে, আৰু তাক শূন্য করিছে, আৰু তার মুখ তল করি তার নিবাসীবিলাকক সিঁচরতি করিছে। [2] আৰু প্রজা যেনে পুরোহিতো তেনে, দাসী

যেনে গৰাকীও তেনে, বেটী যেনে গৃহিণীও তেনে, কিনোঁতা যেনে বেচোঁতাও তেনে, ধাৰ দিওঁতা যেনে ধৰুৱাও তেনে, আৰু সুদ লওঁতা যেনে সুদ দিওঁতাও তেনে হব। ৩ পৃথিবী নিচেইকৈ শূন্য আৰু লুট কৰা হব; কিয়নো যিহোৱাই এই বাক্য কলে। ৪ পৃথিবীয়ে শোক কৰি লেৰেলা পৰিছে, জগতখন দুৰ্ব্বল হৈ জঁয় পৰিছে, পৃথিবীৰ সম্ভ্ৰান্ত লোকবিলাক দুৰ্ব্বল হৈছে। ৫ পৃথিবীও তাৰ নিবাসীবিলাকৰ ভৰিৰ তলত অপবিত্ৰ হল; কাৰণ সিহঁতে আজ্ঞাবোৰ লঙ্ঘন কৰিলে, বিধিটো পৰিবৰ্ত্তন কৰিলে, চিৰস্থায়ী নিয়মটো ভাঙিলে। ৬ এই হেতুকে অভিশাপে পৃথিবীক গ্ৰাস কৰিলে, আৰু তাৰ নিবাসীবিলাকক দোষী কৰা হল; এই কাৰণে পৃথিবীৰ নিবাসীবিলাক দগ্ধ হল, আৰু অতি অলপ লোক অৱশিষ্ট থাকিল। ৭ নতুন দ্ৰাক্ষাৰসে শোক কৰিছে, দ্ৰাক্ষালতা জঁয় পৰি গৈছে, আনন্দিত মনৰ লোকবিলাকে হুমুনিয়াহ পেলাইছে। ৮ খঞ্জৰিবোৰৰ আনন্দধ্বনি থামিল, উল্লাস কৰোঁতা লোকৰ এৰাও ওৰ পৰিল, বীণাৰ আনন্দধ্বনি থামিল। ৯ লোকবিলাকে গানেৰে সৈতে দ্ৰাক্ষাৰস পান নকৰিব; সুৰা পান কৰোঁতা লোকৰ মুখত সুৰা তিতা লাগিব। ১০ উচ্ছন্নপুৰী ভগ্ন হল; কোনো মানুহ সোমাব নোৱাৰাকৈ সকলো ঘৰ বন্ধ হল। ১১ দ্ৰাক্ষাৰসৰ কাৰণে লোকবিলাকে বাটত চিঞৰিছে; সকলো আনন্দ মাৰ গল, দেশৰ আনন্দধ্বনি নাইকিয়া হল। ১২ নগৰত কেৱল ধ্বংস থাকিল, আৰু দুৱাৰখন আঘাত লাগি নষ্ট হল। ১৩ কিয়নো, জিতবৃক্ষ জোকাৰিলে যেনে হয়, দ্ৰাক্ষাফল গোটাবৰ পাছত চেৰ পৰা গুটি যেনে হয়, প্ৰজাবিলাকৰ মাজত পৃথিবীও তেনে হব। ১৪ সিবিলাকে উচ্চ স্বৰেৰে জয়ধ্বনি কৰিব, সিবিলাকে যিহোৱাৰ মহিমাৰ কাৰণে সমুদ্ৰৰ পৰা উচ্চধ্বনি কৰিব। ১৫ এই হেতুকে তোমালোকে পুব দিশত যিহোৱাক, সমুদ্ৰৰ দ্বীপবোৰত ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ নাম গৌৰবান্বিত কৰা।

১৬ আমি পৃথিবীৰ অন্ত ভাগৰ পৰা গীত শুনিলোঁ, যে, ধাৰ্ম্মিক লোকে প্ৰশংসা পাওক। কিন্তু মই কলোঁ, মই ক্ষীণ হৈ গৈছোঁ, মই ক্ষীণ হৈ গৈছোঁ, মোৰ সন্তাপ হল; বিশ্বাস-ঘাতকবোৰে বিশ্বাস-ঘাতকতা কৰিছে, এনে কি, বিশ্বাস-ঘাতকবোৰে অতিশয় বিশ্বাস-ঘাতকতা কৰিছে। ১৭ হে পৃথিবী-নিবাসি, তোমাৰ নিমিত্তে আপদ, গাঁত, আৰু ফান্দ নিৰূপিত আছে। ১৮ তাতে, যি কোনোৱে সেই আপদৰ বাৰ্ত্তা পাই পলাব, সি সেই গাঁতত পৰিব, আৰু যি কোনোৱে সেই গাঁতৰ ভিতৰৰ পৰা ওলাব, সি সেই ফান্দত ধৰা পৰিব; কিয়নো ওপৰত থকা দুৱাৰবোৰ মুকলি হৈছে, আৰু পৃথিবীৰ মূলবোৰ লৰিছে। ১৯ পৃথিবী নিচেইকৈ ভগ্ন হৈছে, পৃথিবী নিচেইকৈ ডোখৰ ডোখৰ হৈছে, পৃথিবী অত্যন্ত লৰিছে। ২০ পৃথিবীয়ে মতোৱাল মানুহৰ নিচিনাকৈ টলংপলং কৰিছে, আৰু জুলনিৰ নিচিনাকৈ জুলিছে, আৰু তাৰ অপৰাধ তাৰ ওপৰত গধুৰ হোৱাত পতিত হৈছে, পুনৰায় আৰু নুঠিব।

২১ সেই দিনা যিহোৱাই উচ্চস্থানত উচ্চস্থানীয় বাহিনীবিলাকক, আৰু পৃথিবীত পৃথিবীৰ ৰজাবিলাকক দণ্ড দিব। ২২ আৰু কাৰাগাৰত বন্দীয়াৰহঁতক গোটোৱাৰ দৰে সিবিলাকক গোটোৱা হব, আৰু বন্দীশালত বন্ধ কৰা হব; পাছে অনেক দিনৰ মূৰত সিবিলাকক দণ্ড দিয়া হব। ২৩ তেতিয়া চন্দ্ৰ বিবৰ্ণ আৰু সূৰ্য্য লজ্জিত হব; কিয়নো বাহিনীবিলাকৰ যিহোৱাই চিয়োন পৰ্ব্বতত, যিৰূচালেমত, আৰু আপোন বৃদ্ধবিলাকৰ সন্মুখত গৌৰবেৰে ৰাজত্ব কৰিব।

ঈশ্বৰীয় পৰিত্ৰাণৰ বিষয়ে ভাববাণী।

**২৫** হে যিহোৱা, তুমি মোৰ ঈশ্বৰ; মই তোমাক উন্নত কৰিম, তোমাৰ নামৰ প্ৰশংসা কৰিম; কিয়নো তুমি আশ্চৰিত কৰ্ম্ম কৰিলা, আগৰ কালৰ কল্পনাবোৰ বিশ্বস্ততাৰে আৰু সত্যতাৰে সিদ্ধ কৰিলা। ২ কিয়নো তুমি নগৰখনক ভগ্নৰাশি, গড়েৰে আবৃত নগৰক ভগ্নাৱশেষ কৰিলা, বিদেশীবিলাকৰ ৰাজপুৰী পুৰী নোহোৱা কৰিলা, তাক কেতিয়াও সজোৱা নহব। ৩ এই হেতুকে বলৱন্ত লোকবিলাকে তোমাক গৌৰৱান্বিত কৰিব, ভয়ঙ্কৰ জাতিবিলাকৰ নগৰে তোমাক ভয় কৰিব। ৪ কিয়নো ভয়ানকবিলাকৰ প্ৰশ্বাস দেৱালত লগা ধুমুহাৰ নিচিনা হোৱা সময়ত, তুমি

দুঃখীয়ালৈ দুৰ্গস্বৰূপ, দুৰৱস্থাত পৰা দৰিদ্ৰলৈ দুৰ্গ, ধুমুহাৰ পৰা ৰক্ষা পাবলৈ আশ্ৰয়, সূৰ্য্যৰ তাপ নেপাবলৈ ছাঁস্বৰূপ হৈছিলা। ৫ যেনেকৈ খৰাং দেশত ৰ'দক, তেনেকৈ তুমি বিদেশী-বিলাকৰ কোলাহল থমাবা; যেনেকৈ মেঘৰ ছাঁৰে ৰ'দক নিবাৰণ কৰা হয়, তেনেকৈ ভয়া-নকবিলাকৰ গান স্থগিত কৰা হব। ৬ বাহিনী-বিলাকৰ যিহোৱাই এই পৰ্ব্বতত সকলো জাতিৰ নিমিত্তে উত্তম উত্তম খোৱা দ্ৰব্যেৰে এক ভোজ, পুৰণী দ্ৰাক্ষাৰসেৰে, এনে কি, অতি তেলীয়া উত্তম উত্তম খোৱা বস্তুৰে, আৰু নিৰ্ম্মল কৰা পুৰণী দ্ৰাক্ষাৰসেৰে এক ভোজ যুগুত কৰিব। ৭ আৰু যি ওৰণিৰে সকলো লোক-বিলাকৰ মুখ ঢকা হৈছে, আৰু যি আবৰণ সকলো জাতিবিলাকৰ ওপৰত বিস্তাৰিত হৈছে, যিহোৱাই এই পৰ্ব্বতত তাক নষ্ট কৰিব। ৮ তেওঁ সৰ্ব্বকাললৈকে মৃত্যুক গ্ৰাস কৰিলে, আৰু প্ৰভু যিহোৱাই সকলোৰে মুখৰ পৰা চকু-লো মচিব, আৰু গোটেই পৃথিবীৰ পৰা আপোন প্ৰজা-বিলাকৰ দুৰ্নাম দূৰ কৰিব; কিয়নো যিহোৱাই এই কথা কলে।

৯ সেই দিনা লোকবিলাকে কব, যে, দেখা, এওঁৱেই আমাৰ ঈশ্বৰ, আমি এওঁলৈকে বাট চাই-ছিলোঁ, এওঁৱেই আমাক পৰিত্ৰাণ দিব; এওঁৱেই যিহোৱা; আমি এওঁলৈকে বাট চাইছিলোঁ; আহাঁ, আমি এওঁৰ পৰিত্ৰাণত উল্লাসিত হৈ আনন্দ কৰোঁ। ১০ কিয়নো এই পৰ্ব্বতত যিহো-ৱাৰ হাত স্থিতি হব, আৰু গোবৰ পেলোৱা গাঁতৰ পানীত যেনেকৈ খেৰ গচকা হয়, তেনেকৈ মোৱাবক আপোন ঠাইত গচকা হব; ১১ আৰু সাঁতোৰোঁতা মানুহে যেনেকৈ সাঁতুৰিবৰ নিমিত্তে হাত দুখন মেলে, তেনেকৈ সি তাৰ মাজত আপোনাৰ হাত মেলিব; কিন্তু যিহোৱাই তাৰ নানাবিধ হাতৰ কৌশলে সৈতে তাৰ গৰ্ব্ব খৰ্ব্ব কৰিব। ১২ ওখ গড় থকা তোমাৰ দৃঢ় কোঁঠ তেওঁ নিপাত কৰিলে, মাটিত পেলালে, এনে কি, মাটিৰে সমান কৰি ধূলিত পেলালে।

পৰিত্ৰাণৰ অৰ্থে কৰা প্ৰাৰ্থনা।

২৬ সেই দিনা যিহুদা দেশত এই গীত গান কৰা হব, আমাৰ এখন দৃঢ় নগৰ আছে; তেওঁ পৰিত্ৰাণকেই তাৰ গড় আৰু পালি-গড়স্বৰূপে নিৰূপিত কৰিব। ২ সত্যক পালন কৰোঁতা ধাৰ্ম্মিক জাতি সোমাবৰ নিমিত্তে তোমালোকে দুৱাৰবোৰ মেলি দিয়া। ৩ যাৰ মনে তোমাত নিৰ্ভৰ কৰে, তুমি তাক সম্পূৰ্ণ শান্তিত ৰাখিবা; কিয়নো সি তোমাত ভাৰসা কৰিছে। ৪ তোমা-লোকে সদাকাললৈকে যিহোৱাত ভাৰসা কৰা; কিয়নো যাঃ যিহোৱা চিৰস্থায়ী শিলা। ৫ কাৰণ তেওঁ উৰ্দ্ধবাসীবিলাকক, উন্নত নগৰক নীচ কৰিলে; তেওঁ তাক অৱনত কৰি মাটিৰে সৈতে সমান কৰিলে, তেওঁ তাক ধূলিত পেলালে। ৬ ভৰিয়ে তাক গচকিছে, দুঃখীয়া-বিলাকৰ ভৰি, কঙ্গালবিলাকৰ চৰণেও তাক গচকিছে। ৭ ধাৰ্ম্মিক লোকৰ পথ সৰল; যথাৰ্থ যি তুমি, তুমি ধাৰ্ম্মিকবিলাকৰ পথ সমান কৰিছা। ৮ এনে কি, হে যিহোৱা, তোমাৰ বিচাৰৰ পথত আমি তোমালৈ বাট চাই আছোঁ; তোমাৰ নাম আৰু তোমাৰ গৌৰৱৰ চিনলৈ আমাৰ প্ৰাণে হেপাহ কৰিছে। ৯ ৰাতি মোৰ প্ৰাণে সৈতে ময় তোমালৈ হাবিয়াহ কৰিলোঁ; এনে কি, মোৰ অন্তৰত থকা আত্মাৰে সৈতে যত্নেৰে তোমাক বিচাৰিমো; কিয়নো পৃথিবীত তোমাৰ দণ্ড থকা কালত জগত-নিবাসীবিলাকে ধাৰ্ম্মিকতা শিকে। ১০ দুষ্ট লোকে অনুগ্ৰহ পালেও, ধাৰ্ম্মিকতা নিশিকে; ন্যায়ৰ দেশত সি অন্যায় কৰে, আৰু যিহোৱাৰ মহিমালৈ দৃষ্টি নকৰে।

১১ হে যিহোৱা, তোমাৰ হাত দঙা হৈছে, তথাপি সিহঁতে দৃষ্টি নকৰে; কিন্তু সিহঁতে প্ৰজা-বিলাকৰ নিমিত্তে হোৱা তোমাৰ উৎসাহ দেখি লজ্জিত হব; এনে কি, অগ্নিয়ে তোমাৰ শত্ৰু-বোৰক গ্ৰাস কৰিব। ১২ হে যিহোৱা, তুমি আমালৈ শান্তি নিৰূপণ কৰিবা; কিয়নো তুমি আমাৰ নিমিত্তে আমাৰ সকলো কাৰ্য্যকেই সিদ্ধ কৰি আছিছা। ১৩ হে আমাৰ ঈশ্বৰ যিহোৱা, তোমাৰ বাহিৰে আন আন প্ৰভুবিলাকে আমাৰ ওপৰত অধিকাৰ কৰিছিল, কিন্তু কেৱল তোমাৰ দ্বাৰায়হে আমি তোমাৰ নাম কীৰ্ত্তন কৰিম। ১৪ সিহঁত মৰা, পুনৰায় নিজীব; সিহঁত মৃত, পুনৰায় নুঠিব; এই নিমিত্তে তুমি দণ্ড দি সিহঁ-তক নষ্ট কৰিলা, আৰু সিহঁতৰ সকলো নাম

লুপ্ত করিলা। [15] তুমি জাতিটো বৃদ্ধি করিলা, হে যিহোৱা, তুমি জাতিটো বৃদ্ধি করিলা; তুমি গৌৰবান্বিত হলা, তুমি দেশৰ আটাই সীমা বহল করিলা।

[16] হে যিহোৱা, সঙ্কটৰ কালত লোকবিলাক তোমাৰ গুৰিলৈ আহিছিল; সিবিলাকৰ ওপৰত তোমাৰ শাস্তি থকা কালত সিবিলাকে মৃদুস্বৰে প্ৰাৰ্থনা করিছিল। [17] গৰ্ভৱতী তিৰুতাই সন্তান প্ৰসব কৰা কাল ওচৰ হলে যেনেকৈ ছটফট করি বেদনাত চিঁয়ৰে, হে যিহোৱা, সেই দৰে আমি তোমাৰ আগত আছিলোঁ। [18] আমি গৰ্ভৱতী আছিলোঁ, আমি বেদনাত আছিলোঁ, আমি যেন বতাহহে প্ৰসব করিছিলোঁ; আমাৰ দ্বাৰায় পৃথিবীত কোনো পৰিত্ৰাণ সিদ্ধ হোৱা নাই, নাইবা জগত-নিবাসীবিলাক পোহৰলৈ অহা নাই। [19] তোমাৰ মৃত লোকবিলাক পুনৰায় জীব, মোৰ মৰা শববোৰ আকৌ উঠিব; হে ধূলি-নিবাসিবিলাক, সাৰ পোৱা, আৰু গান কৰা; কিয়নো তোমাৰ নিয়ৰ তৃণ আদি সতেজ কৰোঁতা নিয়ৰৰ নিচিনা হব, আৰু পৃথিবীয়ে মৃতবিলাকক উলিয়াই পেলাব।

নানা বিষয়ৰ বাক্য। দ্ৰাক্ষা-বাৰীবিষয়ক গীত।

[20] হে মোৰ প্ৰজা, যোৱা, তোমাৰ খোঁটালিত সোমোৱা, আৰু চাৰিওফালে দুৱাৰ বন্ধ কৰা; ক্ৰোধ মাৰ নোযোৱালৈকে খন্তেকমান লুকাই থাকা। [21] কিয়নো দেখা, পৃথিবী-নিবাসীবিলাকক সিহঁতৰ অপৰাধৰ নিমিত্তে দণ্ড দিবলৈ তেওঁ নিজ ঠাইৰ পৰা ওলাই আহিছে; পৃথিবীয়ে নিজে শোহা তেজ দেখুৱাই দিব, আৰু নিজৰ হত হোৱা লোকক আৰু ঢাকি নেৰাখিব।

**২৭** সেই দিনা যিহোৱাই আপোনাৰ চোকা, ডাঙৰ, আৰু শকত তৰোৱালেৰে দ্ৰুতগামী লিবিয়াথন নাগক, আৰু বেঁকাবেঁকিকৈ যোৱা লিবিয়াথন নাগক দণ্ড দিব, আৰু সমুদ্ৰত থকা বৃহৎ জন্তুটোক বধ করিব।

[2] সেই দিনা—"এখন মনোৰম্য দ্ৰাক্ষা-বাৰী, তাৰ বিষয়ে তোমালোকে গান কৰা। [3] ময় যিহোৱাই তাক ৰখোঁ, ময় প্ৰতি নিমিষে তাত পানী দিওঁ; কোনোৱাই তাক হানি কৰে বুলি ময় দিনে-ৰাতিয়ে তাক ৰখি থাকোঁ। [4] মোত ক্ৰোধ নাই; অহ, কাঁইটীয়া বন আৰু কাঁইট গছৰ হাবিয়ে মোৰ অহিতে যুদ্ধ করিলে কেনে ভাল হয়! সেয়ে হলে, ময় সিহঁতক আক্ৰমণ করিম, একেবাৰে দগ্ধ করিম। [5] নতুবা সি মোৰ পৰাক্ৰমৰ আশ্ৰয় লওক, মোৰে সৈতে সন্ধি কৰোক, এনে কি, মোৰে সৈতে সন্ধিয়েই কৰোক। [6] ভবিষ্যত কালত যাকোবে শিপাব, ইস্ৰায়েলে কলি ধৰিব আৰু ফুলিব, আৰু সিবিলাকে ভূমণ্ডলক ফলেৰে পৰিপূৰ্ণ করিব।"

[7] তেওঁ ইস্ৰায়েলৰ প্ৰহাৰকক যেনেকৈ প্ৰহাৰ করিছিল, তেনেকৈ তেওঁ ইস্ৰায়েলক প্ৰহাৰ করিলে নে? বা তাৰ দ্বাৰায় হত হোৱাবিলাকৰ হত্যাৰ দৰে জানো সি হত হল? [8] তুমি ইস্ৰায়েলক পঠাই দিয়াৰ দ্বাৰায় পৰিমিতৰূপে তাইক দণ্ড দিছা, তেওঁ পূৰ্ব্বীয় বতাহৰ দিনা আপোনাৰ প্ৰবল বায়ুৰ দ্বাৰায় তাইক স্থানান্তৰিত করিলে। [9] এই হেতুকে ইয়াৰ দ্বাৰায় যাকোবৰ অপৰাধ মোচন কৰা হব, আৰু তাৰ পাপ মোচন কৰাৰ এয়েই সকলো ফল, যে, আচেৰা মূৰ্ত্তিবোৰ আৰু সূৰ্য্য-প্ৰতিমাবোৰ পুনৰায় তুলিব নোৱৰাকৈ সি যজ্ঞবেদিৰ আটাইবোৰ শিল গুড়ি কৰা বগা শিলবোৰৰ নিচিনা করিব। [10] কিয়নো গড়েৰে আবৃত নগৰ পৰিত্যক্ত হব, আৰু মানুহ নথকা বাসস্থান হৈ অৰণ্যৰ নিচিনা নিৰ্জ্জন হব; তাত দামুৰি চৰিব আৰু শুব, আৰু তাৰ ঠালবোৰ খাই পেলাব। [11] তাৰ ডালবোৰ যেতিয়া শুকাই যায়, তেতিয়া সেইবোৰক ভঙা যাব; তিৰুতাবোৰে আহি সেইবোৰ লৈ গৈ জুইত পুৰিব; কিয়নো সি বুদ্ধিহীন জাতি; এই হেতুকে তাৰ সৃষ্টিকৰ্ত্তাই তাক দয়া নকরিব, আৰু তাৰ নিৰ্ম্মাণকৰ্ত্তাই তাক কৃপা নকরিব।

[12] সেই দিনা যিহোৱাই ফৰাৎ নদীখনৰ সোঁত বৈ যোৱা লোৰৰ পৰা মিচৰ জুৰীলৈকে আপোনাৰ ফল পাৰিব; আৰু হে ইস্ৰায়েলৰ সন্তানবিলাক, তোমালোকক এটা এটাকৈ বোটলা যাব।

[13] আৰু সেই দিনা এটা ডাঙৰ শিঙা বজোৱা হব; তাতে, অচুৰ দেশত নষ্ট হব লগীয়া-

বিলাক আৰু মিচৰ দেশলৈ বন্দী কৰি নিয়া লোকবিলাক আহিব; আৰু সিবিলাকে যিৰূচালেমত পবিত্ৰ পৰ্ব্বতত যিহোৱাৰ আগত প্ৰণিপাত কৰিব।

যিৰূচালেমৰ অধ্যক্ষবিলাকৰ বিৰুদ্ধে
কোৱা বাক্য।

২৮ ইফ্ৰয়িমৰ মতলীয়াবোৰৰ অহঙ্কাৰৰ ৰাজমুকুটটীৰ, আৰু দ্ৰাক্ষাৰসেৰে পৰাজিত হোৱাবিলাকৰ উৰ্ব্বৰা উপত্যকাৰ মূৰত থকা জঁয় পৰা সুন্দৰ ভূষণস্বৰূপ ফুলটীৰ সন্তাপ হব। [২] দেখা, প্ৰভুৰ এজন পৰাক্ৰমী আৰু বলবান লোক আছে; সি শিল পৰা ধুমুহাৰ নিচিনাকৈ, প্ৰলয় কৰোঁতা প্ৰচণ্ড বতাহৰ নিচিনাকৈ ভল নিয়াওঁতা প্ৰবল চল পানীৰ সোঁতৰ নিচিনাকৈ তাৰ নিজ হাতেৰে তাক মাটিত পেলাই দিব। [৩] ইফ্ৰয়িমৰ মতলীয়াবোৰৰ অহঙ্কাৰৰ ৰাজমুকুটটী ভৰিৰে গচকা হব; [৪] আৰু ঘামকালৰ পূৰ্ব্বে হোৱা প্ৰথমে পকা যি ডিমৰু গুটিক লোকে দেখামাত্ৰে চকু দিয়ে, আৰু হাতত পৰিলেই গিলি পেলায়, উৰ্ব্বৰা উপত্যকাৰ মূৰত থকা সুন্দৰ ভূষণস্বৰূপ তাৰ জঁয় পৰা ফুলটী, সেই গুটিৰ নিচিনা হব। [৫] সেই দিনা বাহিনীবিলাকৰ যিহোৱা আপোন প্ৰজাবিলাকৰ অৱশিষ্ট ভাগৰ নিমিত্তে সুন্দৰ ৰাজমুকুট আৰু শোভা কৰোঁতা কিৰিটিস্বৰূপ হব; [৬] তেওঁ বিচাৰাসনত বহোঁতালৈ বিচাৰজনক আত্মা, আৰু নগৰৰ দুৱাৰত যুদ্ধ ওভটোৱা লোকবিলাকলৈ পৰাক্ৰমস্বৰূপ হব। [৭] কিন্তু ইবিলাকো দ্ৰাক্ষাৰসেৰে ভ্ৰান্ত, আৰু সুৰাপানেৰে বিপথগামী হৈছে; পুৰোহিত আৰু ভাববাদী সুৰাপানেৰে ভ্ৰান্ত হৈছে, সিবিলাক দ্ৰাক্ষাৰসেৰে নষ্ট হৈছে, সুৰাপানেৰে বিপথগামী হৈছে, আৰু দৰ্শনত ভ্ৰান্ত আৰু বিচাৰত বিচলিত হৈছে। [৮] কিয়নো আটাইবোৰ মেজ বাঁতিৰে আৰু মলেৰে পুৰ হৈছে, কোনো চাফা ঠাই নাই। [৯] তেওঁ কাক জ্ঞান শিকাব? আৰু কাক নো বাৰ্ত্তাটী বুজাই দিব? গাখীৰ এৰুউৱা আৰু পিয়াহ খাবলৈ নিদিয়া কেঁচুৱাবিলাকক নে? [১০] কিয়নো বিধিৰ উপৰি বিধি, বিধিৰ উপৰি বিধি, শাৰীৰ উপৰি শাৰী, শাৰীৰ উপৰি শাৰী, ইয়াত অলপ তাত অলপ।" [১১] স্বৰূপতে তেওঁ বিদেশী ওঁঠেৰে আৰু পৰভাষাৰে এই লোকবিলাকক কথা কব। [১২] তেওঁ সিবিলাকক কৈছিল, "এয়ে জিৰণি, তোমালোকে ভাগৰ পোৱাক জিৰণি দিয়া, আৰু এয়ে বিশ্ৰাম;" তথাপি সিবিলাকে শুনিবলৈ সন্মত নাছিল। [১৩] এই হেতুকে, সিবিলাকে গৈ যেন উজুটি খাই চিত হৈ পৰি ভগ্ন হব, আৰু ফান্দত ধৰা পৰিব, এই নিমিত্তে সিবিলাকলৈ যিহোৱাৰ বাক্য "বিধিৰ উপৰি বিধি, বিধিৰ উপৰি বিধি, শাৰীৰ উপৰি শাৰী, শাৰীৰ উপৰি শাৰী, ইয়াত অলপ তাত অলপ" হব।

[১৪] এতেকে যিৰূচালেমত থকা এই জাতিক শাসন কৰোঁতা হে নিন্দাপ্ৰিয় মানুহবিলাক, যিহোৱাৰ বাক্য শুনা। [১৫] কাৰণ তোমালোকে কলা, "আমি মৃত্যুৰে সৈতে এটী নিয়ম স্থাপন কৰিলোঁ, আৰু চিয়োলে সৈতে আমাৰ সন্ধি আছে, প্ৰলয় কৰোঁতা আপদস্বৰূপ চল পানী দেশৰ মাজেদি গলে আমাৰ ওচৰ নেচাপিব; কিয়নো আমি মিছাকে আমাৰ আশ্ৰয়, আৰু ছলকে আমাৰ লুকুৱা ঠাই কৰিলোঁ।" [১৬] এই কাৰণে প্ৰভু যিহোৱাই এই দৰে কৈছে, দেখা,ময় চিয়োনত ভিত্তিমূলৰ নিমিত্তে এটী শিল, এটী পৰীক্ষিত শিল, দৃঢ়কৈ বহুউৱা চুকৰ এটী বহুমূল্য শিল স্থাপন কৰিলোঁ। যি মানুহে বিশ্বাস কৰিব, সি অধৈৰ্য্য নহব। [১৭] আৰু ময় ন্যায় বিচাৰক পৰিমাণ-জৰী আৰু ধাৰ্ম্মিকতাক ওলোম-জৰী কৰিম; তাতে শিলাবৃষ্টিয়ে সেই মিছা আশ্ৰয় ভাঙ্গি গুচাব, আৰু সেই লুকুৱা ঠাইক বাণ পানীয়ে ভল নিয়াব; [১৮] আৰু মৃত্যুৰে সৈতে কৰা তোমালোকৰ নিয়মটী অচি পেলোৱা হব, আৰু চিয়োলে সৈতে কৰা তোমাৰ সন্ধি থিৰে নেথাকিব; প্লাবন কৰোঁতা আপদৰূপ চল পানী দেশৰ মাজেদি গলে, তোমালোকক তাৰ দ্বাৰায় গচকি পেলোৱা হব। [১৯] সি যিমানবাৰ দেশৰ মাজেদি যাব, সিমানবাৰ তোমালোকক লৈ যাব; কিয়নো সি প্ৰতিৰাতিপুৱা, আৰু দিনত ও ৰাতিও দেশৰ মাজেদি যাব, আৰু বাৰ্ত্তাটী বুজিলে কেবল ত্ৰাস হব। [২০] কিয়নো মানুহে ভৰি মেলিবলৈ খাট চুটী আৰু গাত লবলৈকো কাপৰ ঠেক হৈছে। [২১] কাৰণ যিহোৱাই আপোনাৰ কাৰ্য্য, আপোনাৰ নজমা

মুগুনা কার্য্য করিবলৈ, আরু আপোনার ব্যাপার, আপোনার নজনা মুগুনা ব্যাপার সাম্ফল করিবলৈ, পরাচীম পর্ব্বতত যেনেকৈ উঠিছিল, তেনেকৈ উঠিব, আরু গিবিয়োন উপত্যকাত যেনেকৈ ক্রোধ করিছিল, তেনেকৈ ক্রোধ করিব। [22] এই হেতুকে তোমালোকর বান্ধ শকত নহবলৈ নিন্দাত রত নহবা; কিয়নো মই বাহিনীবিলাকর যিহোৱা প্রভুর পরা গোটেই পৃথিবীর নিমিত্তে এক উচ্ছন্নতার, এনে কি, এক স্থিরীকৃত উচ্ছন্নতার কথা শুনিলোঁ।

[23] তোমালোকে কাণ পাতি মোর মাত শুনা, মনোযোগ করি মোর বাক্য শুনা। [24] গুটি ববর নিমিত্তে জানো খেতিয়কে সদায় হাল বায়? সি, জানো সদায় খলি কাটে? আরু আপোনার মাটির চপরা জানো সদায় ভাঙে? [25] মাটি সমান করার পাছে সি জানো কালজিরা নবয়, আরু ভোগজিরা নিসিঁচে? আরু শারী শারী করি ঘেঁহু আরু নিরূপিত ঠাইত যব, আরু তার কিনারে কিনারে জনার ধান জানো নবয়? [26] কিয়নো তার ঈশ্বরে তাক যথার্থ শিক্ষা দিয়ে, আরু তাক জ্ঞান দিয়ে। [27] কারণ কালজিরা মরণা মরা যন্ত্রেরে মরা নেযায়, আরু রথর চক্র ভোগজিরার ওপরত চলোৱা নেযায়; কিন্তু কালজিরা বারিরে, আরু ভোগজিরা লাখুটিরে মরা যায়। [28] পিঠার শস্য গুড়ি করিব লগা হয়; কারণ সি সদায় মরণা মরাত লাগি নেথাকে; আরু সি তার ওপরেদি যন্ত্রর চক্র চলায় হয়, কিন্তু আপোনার ঘোঁরাবোরেরে তাক গুড়ি নকরে। [29] যি জনা মন্ত্রণাত আশ্চর্য্য, আরু জ্ঞানত মহান, বাহিনীবিলাকর সেই যিহোৱার পরা ইও ওলাইছে।

যিরূচালেমর বিষয়ে যিহোৱাই সিদ্ধ করিব লগীয়া উদ্দেশ্য।

**২৯** হে অরীয়েল, হে দায়ুদে ছাউনি পতা নগর, তোমালোকে বছরত বছর যোগ দিয়া; উৎসবর পাছত উৎসব আহোক। [2] তেতিয়া মই অরীয়েলক কষ্ট দিম; তাতে শোক আরু বিলাপ হব, আরু সেই নগর মোর পক্ষে অরীয়েলর [যজ্ঞবেদির দগ্ধ করা ঠাইর] নিচিনা হব। [3] আরু মই তোমার বিরুদ্ধে চারিওফালে ছাউনি পাতিম, আরু সৈন্যদলেরে তোমাক বেরি ধরিম আরু তোমার অহিতে আক্রমণ করা গড় তুলিম। [4] তাতে তুমি নত হবা, ভূমির পরা কথা কবা, তোমার বাক্য সরু হৈ ধূলির পরা ওলাব, তোমার মাত ভূত পোহা মানুহর নিচিনাকৈ ভূমির পরা ওলাব, আরু তোমার বাক্যর ফুচ্‌ফুচনি ধূলির পরা ওলাব। [5] কিন্তু তোমার শত্রুসমূহ মিহি ধূলির নিচিনা হব, আরু ভয়ানক লোকসমূহ উড়ি যোৱা তুঁহর নিচিনা হব; এনে কি, সেয়ে অকস্মাতে চকুর পচারতে ঘটিব। [6] মেঘ-গর্জ্জনেরে, ভূমিকম্পেরে, মহাশব্দেরে, বামারলি বতাহেরে, ধুমুহারে, আরু সংহারক অগ্নিশিখারে বাহিনীবিলাকর যিহোৱার দ্বারায় দণ্ড দিয়া যাব। [7] তাতে, অরীয়েলর বিরুদ্ধে যি সকলো জাতিসমূহে যুদ্ধ করিছে, যিবোরে তেওঁর আরু তেওঁর দৃঢ় কোঁঠর অহিতে যুদ্ধ করিছে, আরু তেওঁক ক্লেশ দিছে, সেই সকলোবেই এটা সপোনর, রাতির এক সমাজিকর নিচিনা হব। [8] যেনেকৈ ক্ষুধাতুর মানুহে সপোনত ভোজন করে, কিন্তু সার পালে পেট শুদা থাকে, বা যেনেকৈ তৃষ্ণাতুর মানুহে সপোনত পান করে, কিন্তু সার পালে সি পিয়াহত দুর্ব্বল হয়, আরু অন্তরত পিয়াহ লাগে, তেনেকৈ চিয়োন পর্ব্বতর বিরুদ্ধে যুদ্ধ করোঁতা সকলো জাতিসমূহ হব।

[9] তোমালোকে রৈ থাকা, তধা লাগা; আমোদ করা, আরু অন্ধ হোৱা: সিবিলাক মত্তলীয়া হৈছে, কিন্তু দ্রাক্ষারসেরে নহয়; সিবিলাকে টলংপলং করিছে, কিন্তু সুরাপানেরে নহয়; [10] কিয়নো যিহোৱাই তোমালোকর ওপরত ঘোর নিদ্রাজনক আত্মা ঢালি দিলে, তোমালোকর ভাববাদীস্বরূপ চকুবোর মুদালে, আরু তোমালোকর দর্শকস্বরূপ মূরবোর ঢাকিলে। [11] সকলো দর্শন তোমালোকলৈ ছাব মারি বন্ধ করা এখনি পুথীর বাক্যস্বরূপ; অনুগ্রহ করি ইয়াক পাঠ করা, এই বুলি কৈ জ্ঞানী এজনক সেই পুথীখন দিলে তেওঁ কয়, মই নোৱারোঁ, কারণ এয়ে ছাব মারি বন্ধ করা; [12] অনুগ্রহ করি ইয়াক পাঠ করা, এই বুলি কৈ অজ্ঞান জনক পুথীখন দিলে, সি কয়, মই লিখা-পঢ়া নেজানো।

[১৩] যিহোবাই আৰু কলে, এই লোকবিলাকে মোৰ ওচৰলৈ চাপি আপোন আপোন মুখেৰে আৰু ওঁঠেৰেহে মোক সন্মান কৰে, কিন্তু সিবিলাকৰ অন্তৰ হলে মোৰ পৰা দূৰত ৰাখে; আৰু মোলৈ সিবিলাকৰ যি ভয়, সিও সিবিলাকৰ মুখস্থ কৰা মানুহৰ বিধি। [১৪] এই হেতুকে দেখা, মই এই লোকবিলাকলৈ অদ্ভুতৰূপে, এনে কি, অদ্ভুত আৰু আশ্চৰিতৰূপে কাৰ্য্য কৰি থাকিম, আৰু সিবিলাকৰ জ্ঞানৱন্তবিলাকৰ জ্ঞান নষ্ট হব, আৰু সিবিলাকৰ বুদ্ধিমন্ত লোকবিলাকৰ বুদ্ধি লুকাই থাকিব।

[১৫] যিবোৰে যিহোবাৰ পৰা আপোন কল্পনা লুকুৱাই ৰাখিবলৈ গভীৰ আলচ কৰে, আৰু যিবোৰৰ কৰ্ম্ম আন্ধাৰত আছে, আৰু যিবোৰে কয়, "আমাক কোনে দেখে? আৰু আমাক কোনে জানে?" সিহঁতৰ সন্তাপ হব। [১৬] তোমালোকৰ কেনে বিপৰীত বুদ্ধি! কুমাৰ কুমাৰমাটিৰ সমান বুলি গণ্য নে? তেওঁ মোক নিৰ্ম্মাণ কৰা নাই, এই বুলি নিৰ্ম্মিত বস্তুৱে নিৰ্ম্মাণকৰ্ত্তাৰ বিষয়ে কব পাৰে নে? তেওঁৰ বুদ্ধি নাই, গঠিত বস্তুৱে তাৰ গঠনকাৰীৰ বিষয়ে কব পাৰে নে? [১৭] আৰু অতি অলপ সময় গলে, লিবানোন ফলৱতী ক্ষেত্ৰত পৰিবৰ্ত্তন নহব নে? আৰু ফলৱতী ক্ষেত্ৰ কাঠনি বুলি গণিত নহব নে? [১৮] আৰু সেই দিনা কলাবিলাকে পুথীখনিৰ বাক্য শুনিব, আৰু অন্ধবিলাকৰ চকুৱে তিমিৰ আৰু অন্ধকাৰৰ মাজৰ পৰা দেখিবলৈ পাব। [১৯] নম্ৰ লোকবিলাকে যিহোবাত আপোনাৰ আনন্দ বঢ়াব, আৰু মনুষ্যৰ মাজত থকা দৰিদ্ৰবিলাকে ইস্ৰায়েলৰ পবিত্ৰ জনাত উল্লাস কৰিব। [২০] কিয়নো ভয়ানক লোক লোপ পাইছে, আৰু নিন্দক শেষ হৈছে; আৰু যিবোৰে অপকাৰ কৰিবলৈ ছল বিচাৰে, [২১] যিবোৰে গোচৰত মানুহক অপৰাধী পাতে, নগৰৰ দুৱাৰত প্ৰতিবাদী জনলৈ ফান্দ পাতে, আৰু মিছা কথাৰে ধাৰ্ম্মিকৰ ন্যায় দূৰ কৰে, সেই সকলোকে উচ্ছন্ন কৰা হৈছে। [২২] এই হেতুকে অব্ৰাহামৰ মুক্তিদাতা যিহোবাই যাকোবৰ বংশৰ বিষয়ে এই কথা কৈছে, এতিয়াৰ পৰা যাকোব লজ্জিত নহব, আৰু এতিয়াৰ পৰা তাৰ মুখ বিবৰ্ণ নহব। [২৩] কিন্তু যেতিয়া সি মোৰ হাতৰ কাৰ্য্য আপোন সন্তানবিলাকক আপোনাৰ মাজত থকা দেখিব, তেতিয়া সিবিলাকে মোৰ নাম পবিত্ৰ কৰি মানিব; এনে কি, সিবিলাকে যাকোবৰ পবিত্ৰ জনাক পবিত্ৰ কৰি মানিব, আৰু ইস্ৰায়েলৰ ঈশ্বৰক ভয় কৰিব। [২৪] তাতে ভ্ৰান্ত মনৰ লোকেও বিবেচনা-শক্তি পাব, আৰু বিদ্ৰোহীবোৰে জ্ঞান শিকিব।

মিচৰত নিৰ্ভৰ কৰাৰ ফল। ইস্ৰায়েলৰ ভাবী উন্নতি। অচূৰৰ বিনাশ।

৩০ যিহোবাই কৈছে, পাপৰ উপৰি পাপ কৰিবলৈ, যি বিদ্ৰোহী সন্তানবিলাকে মোৰ অনুপস্থিতে কল্পনা কৰে, আৰু মোৰ বিনা-আত্মায় সন্ধি পাতে, [২] ফৰৌণৰ পৰাক্ৰমেৰে আপোনাবিলাকক পৰাক্ৰমী কৰিবলৈ, আৰু মিচৰৰ ছাঁত আশ্ৰয় লবলৈ যি সন্তানবিলাকে মোৰ পৰামৰ্শ নোলোৱাকৈ মিচৰলৈ যাবৰ নিমিত্তে বাট লৈছে, সিবিলাকৰ সন্তাপ হব। [৩] সেই নিমিত্তে ফৰৌণৰ পৰাক্ৰম তোমালোকক লাজ দিওঁতা হব, আৰু মিচৰৰ ছাঁত আশ্ৰয় লোৱাই তোমালোকৰ অপমানজনক হব। [৪] যদিও তেওঁৰ প্ৰধান লোকবিলাক চোৱনত আছে, আৰু তেওঁৰ দূতবিলাকে হানেচ পালেগৈ, [৫] তথাপি যি জাতিয়ে সিবিলাকক উপকাৰ কৰিব নোৱাৰে, যি জাতি সহায় দিওঁতা কি উপকাৰী নহয়, কিন্তু লাজ দিওঁতা আৰু দুৰ্নামজনকহে, এনে জাতিৰ বিষয়ে সিবিলাক সকলোৱেই লজ্জিত হব।

[৬] দক্ষিণ অঞ্চলৰ পশুবোৰৰ বিষয়ে কোৱা ভাৰবাক্য।

সঙ্কটৰ আৰু ক্লেশৰ যি দেশত সিংহিনীৰ আৰু সিংহৰ, আৰু কালসৰ্পৰ আৰু উড়ি ফুৰা পোৰণি ধৰোৱা সৰ্পৰ জন্ম হয়, এনে দেশৰ মাজেদি সিবিলাকে অনুপকাৰী এক জাতিৰ ওচৰলৈ গাধবোৰৰ পিঠিত আপোনাবিলাকৰ ধন-সম্পত্তি, আৰু উটবোৰৰ কুঁজত আপোনাবিলাকৰ বহুমূল্য বস্তু তুলি লৈ গৈছে। [৭] কিন্তু মিচৰীয়াবোৰ ভাপস্বৰূপ, সিহঁতৰ সহায় মিছা, এই নিমিত্তে মই সেই জাতিক, "বহি থাকোঁতা ৰাহব," এই নাম দিলোঁ। [৮] এতিয়া যোৱা,

সেই কথা ভবিষ্যত কাললৈকে, এনে কি, অনন্ত কাললৈকে থাকিবৰ নিমিত্তে তাক সিবিলাকৰ আগত এখন ফলিত লিখা, আৰু এখন পুথীত লিখি ৰাখা। ৯ কিয়নো সিবিলাক বিদ্ৰোহী জাতি, মিছলীয়া সন্তান, যিহোবাৰ ব্যবস্থা শুনিবলৈ অমান্তি হোৱা সন্তান। ১০ সিবিলাকে দৰ্শকবিলাকক কয়, "দৰ্শন নকৰিবা," আৰু ভাববাদীবিলাকক কয়, "আমাৰ আগত যথাৰ্থ ভাববাণী নকবা; আমাৰ আগত খুচামোদী বাক্য কোৱা, মায়াযুক্ত ভাববাণী কোৱা। ১১ বাট এৰা, পথৰ পৰা একলীয়া হোৱা, ইস্ৰায়েলৰ পবিত্ৰ জনাক আমাৰ চকুৰ আগৰ পৰা দূৰ কৰা।" ১২ এই হেতুকে ইস্ৰায়েলৰ পবিত্ৰ জনাই কৈছে, তোমালোকে এই বাক্য হেয়জ্ঞান কৰিছা, আৰু উপদ্ৰবত ও বিপৰীত আচৰণত বিশ্বাস কৰি তাৰ ওপৰত নিৰ্ভৰ কৰিছা; ১৩ এতেকে, যাৰ ভগ্ন অকস্মাৎ মুহূৰ্ত্ততে হব পাৰে, ওখ দেৱালৰ এনে হলা পৰোঁ পৰোঁ হৈ থকা এভাগৰ নিচিনা এই অপৰাধ তোমালোকলৈ হব। ১৪ কুমাৰৰ পাত্ৰ ভঙ্গা নিচিনাকৈ তেওঁ তাক ভাঙ্গিব; অলপো নৰখাকৈ তাক ডোখৰ ডোখৰকৈ ভাঙ্গিব; তাতে জুইশালৰ পৰা জুই তুলিবলৈ, বা পুখুৰিৰ পৰা পানী তুলিবলৈ তাৰ টুকুৰাবোৰৰ মাজৰ এডুখৰি খোলাও পোৱা নেযাব। ১৫ কিয়নো প্ৰভু যিহোবাই ইস্ৰায়েলৰ পবিত্ৰ জনাই এই দৰে কৈছিল, তোমালোকে উলটি আহি শান্ত হলেহে পৰিত্ৰাণ পাবা, থিৰে থাকি বিশ্বাস কৰিলেহে তোমালোকৰ পৰাক্ৰম হব, কিন্তু তোমালোক অসম্মত হলা; ১৬ আৰু তোমালোকে কলা, "নকৰোঁ; কিয়নো আমি ঘোঁৰাত উঠি দৌৰি যাম;" এতেকে তোমালোক পলাবলৈহে দৌৰিবা; আৰু কলা, "আমি বেগী বাহনত উঠি যাম;" এতেকে তোমালোকক খেদি যোৱাবিলাকহে বেগী হব। ১৭ এটাৰ ধমকিত এক হাজাৰ পলাই যাব, আৰু পাঁচোটাৰ ধমকিত তোমালোক পলাই যাবা; শেষত তোমালোক পৰ্ব্বতৰ টিঙত থকা পতাকাদণ্ডৰ, আৰু উপপৰ্ব্বতৰ ওপৰত থকা নিচানডালিৰ নিচিনাকৈ অবশিষ্ট থাকিবা। ১৮ এই হেতুকে যিহোবাই তোমালোকক দয়া কৰিবলৈ অপেক্ষা কৰিব, আৰু এই নিমিত্তে তেওঁ তোমালোকক অনুগ্ৰহ কৰিবলৈ উঠিব; কিয়নো যিহোৱা ন্যায় বিচাৰ কৰোঁতা ঈশ্বৰ, যি সকলোৱে তেওঁলৈ অপেক্ষা কৰে, সেই সকলো ধন্য।

১৯ কিয়নো এই জাতিয়ে চিয়োনত যিৰূচালেমত বাস কৰিব; তুমি আৰু নেকান্দিবা; তোমাৰ কাতৰোক্তিৰ শবদ শুনি তেওঁ অৱশ্যে তোমাক দয়া কৰিব; শুনামাত্ৰকেই তেওঁ তোমাক উত্তৰ দিব। ২০ যদিও প্ৰভুৱে তোমালোকক সঙ্কটযুক্ত আহাৰ, আৰু ক্লেশযুক্ত জল দিয়ে, তথাপি তোমাৰ শিক্ষকবিলাক আৰু লুকাই নেথাকিব, আৰু তোমাৰ চকুৱে তোমাৰ শিক্ষকবিলাকক দেখিবলৈ পাব; ২১ আৰু তোমালোকে সোঁফালে কি বাওঁফালে ঘূৰিবৰ সময়ত, তোমালোকৰ কাণে পাছৰ পৰা এই বাক্য শুনিবলৈ পাব, এয়ে পথ, এয়েদি চলা। ২২ আৰু তোমালোকে আপোন আপোন কটা-মূৰ্ত্তিত মৰা ৰূপৰ পতা, আৰু সাঁচত ঢলা মূৰ্ত্তিত মৰা সোণৰ পতা অশুচি কৰিবা, আৰু তাক অশুচি বস্তুৰ নিচিনাকৈ পেলাই দি কবা, দূৰ দূৰ। ২৩ আৰু যিহতে তুমি মাটিত বব পাৰিবা, তাৰ নিমিত্তে তেওঁ তোমাৰ গুটিৰ অৰ্থে বৰষুণ দিব; আৰু তেওঁ ভূমিৰ উৎপন্ন আহাৰ দিব; সেয়ে ৰসাল আৰু পুষ্টিকৰ হব; সেই দিনা তোমাৰ পশুৰ জাকবোৰে বহল পথাৰত চৰিব। ২৪ মাটি চাহ কৰোঁতা গৰু আৰু গাধবোৰেও, কুলাৰে জৰা আৰু চালনিৰে চলা সোৱাদ দানা খাব। ২৫ আৰু মহাহত্যাৰ দিনা ওখ কোঁঠবোৰ ভাগি পৰা সময়ত প্ৰত্যেক উচ্চ গিৰিৰ ওপৰত আৰু প্ৰত্যেক ওখ পৰ্ব্বতৰ ওপৰত নৈ, আৰু পানীৰ জুৰী হব; ২৬ আৰু যি দিনা যিহোৱাই আপোন প্ৰজাবিলাকৰ ভগা অঙ্গ জোৰা দিব, আৰু প্ৰহাৰত লগা ঘা সুস্থ কৰিব, সেই দিনা চন্দ্ৰৰ পোহৰ সূৰ্য্যৰ পোহৰৰ নিচিনা হব, আৰু সূৰ্য্যৰ পোহৰ সাত গুণে অধিক, সাত দিনৰ পোহৰৰ সমান হব।

২৭ দেখা, যিহোৱাৰ নাম দূৰৈৰ পৰা আহিছে; তেওঁৰ ক্ৰোধাগ্নি জ্বলিছে; ওপৰলৈ উঠা তেওঁৰ ধূঁৱাৰাশি অতি ডাঠ; তেওঁৰ ওঁঠ ক্ৰোধেৰে পৰিপূৰ্ণ, আৰু তেওঁৰ জিবা গ্ৰাস কৰোঁতা অগ্নিস্বৰূপ। ২৮ তেওঁ জাতিবিলাকক

ধ্বংস-চালনিরে চালিবলৈ, তেওঁর প্রশ্বাস-বায়ু ডিঙিলৈকে উঠা প্লাবনকারী নদীস্বরূপ, আরু জাতিবিলাকর মুখত ভ্রান্তিজনক লাগাম হব। [29] পবিত্র ভোজ পালন করা রাতির গীতর নিচিনাকৈ তোমালোকর গীত হব, আরু যিহোবার পর্ব্বত ইস্রায়েলর শিলালৈ যাবর মনেরে বাঁহী বজাই বজাই যোৱা লোকর নিচিনাকৈ তোমালোকর মনত আনন্দ হব। [30] আরু যিহোৱাই আপোনার জলন্ত ক্রোধেরে আরু গ্রাস করোঁতা অগ্নিশিখারে, প্রচণ্ড বতাহ আরু ধুমুহারে, আরু শিলাবৃষ্টিরে আপোন মহিমান্বিত স্বর শুনাব, আরু আপোনার বাহু নমোৱা দেখুৱাব। [31] কিয়নো, যি অচূরে দণ্ডেরে আঘাত করিছিল, এনে অচূর যিহোবার মাতত ভাগি ডোখর ডোখর হব। [32] যিহোৱাই যি নিরূপিত দণ্ড তার ওপরত পেলাব, তার প্রতি কোবত খঞ্জরি আরু বীণা বাজিব; আরু তেওঁ যুদ্ধত হাত ঘুরাই ঘুরাই সিহঁতর লগত যুদ্ধ করিব; [33] কিয়নো এখন তোফৎ [দগ্ধ করা ঠাই] পূর্ব্বকালরে পরা তৈয়ার আছে, এনে কি রজার নিমিত্তে যুগুতে আছে; তেওঁ তাক দ আরু বহল করিলে, তার চিতাত জুই আরু অধিক খরি আছে; যিহোবার ফুঁরে তাক গন্ধক-সোঁতর দরে জ্বলায়।

মিচরর সহায় বৃথা। যিহোৱাই রক্ষা করা।

**৩১** যিবিলাকে সহায় পাবর নিমিত্তে মিচরলৈ নামি যায়, আরু ঘোঁরাবোরত ভারসা করে, সিবিলাকর সন্তাপ হব; সিবিলাকে অধিক দেখি রথত, আরু অতি বলবন্ত দেখি অশ্বারোহীত বিশ্বাস করে, কিন্তু সিবিলাকে ইস্রায়েলর পবিত্র জনালৈ নেচায়, নাইবা যিহোবার ওচরলৈ নেযায়। [2] তথাপি তেৱোঁ জ্ঞানবান, তেওঁ অমঙ্গল ঘটাব, আরু আপোনার বাক্য ঘূরাই নকরিব; কিন্তু তেওঁ কুকর্ম্মীবোরর বংশর অহিতে, আরু দুরাচারীহঁতর সহায়কারীবোরর অহিতে উঠিব। [3] মিচরীয়াহঁত মানুহ মাথোন, ঈশ্বর নহয়; সিহঁতর ঘোঁরাবোরো মাংসমাত্র, আত্মা নহয়; যিহোবাই আপোনার হাত মেলিব; যি জনে সহায় দিয়ে, সি উজুটি খাব, আরু যি জনে সহায় পায়, সি পতিত হব; আরু সেই সকলোৱে একেলগে নষ্ট হব। [4] কিয়নো যিহোবাই মোক এই দরে কৈছে, যেনেকৈ মৃগরাজ বা যুবা সিংহই ধরা পশুর ওপরত গুঁজরি থাকোঁতে, তার বিরুদ্ধে মের-রখীয়াসমূহক মানুহে মাতি গোট খুৱালেও সিহঁতর মাতত সি ভয় নকরে, আরু সিহঁতর এরাবত আপোনাকে নম্র নকরে, তেনেকৈ বাহিনীবিলাকর যিহোবাই যুদ্ধ করিবলৈ চিয়োন পর্ব্বতর আরু তার গিরির ওপরলৈ নামি আহিব। [5] আরু বাহর চারিওফালে উড়ি ফুরা চরাইর নিচিনাকৈ বাহিনীবিলাকর যিহোবাই যিরূচালেমক রক্ষা করিব, আরু রক্ষা করি উদ্ধার করিব, আরু নিস্তার করি পরিত্রাণ করিব। [6] হে ইস্রায়েলর সন্তানবিলাক, তোমালোকে যি জনালৈ অতিশয় বিদ্রোহ-আচরণ করিলা, সেই জনালৈ উলটি আহাঁ; [7] কিয়নো সেই দিনা তোমালোক প্রতিজনে, পাপ জন্মাবর কারণে আপোন আপোন হাতে করা রূপর আরু সোণর মূর্ত্তিবোর পেলাই দিবা। [8] সেই কালত অচূরীয়া লোক তরোৱালর দ্বারায় পতিত হব, কিন্তু মানুহর তরোৱালেরে নহয়; আরু তরোৱালে তাক গ্রাস করিব, কিন্তু মানুহর তরোৱালে নহয়; আরু সি তরোৱালর পরা পলাই যাব, আরু তার ডেকাবোর কাম করি দিব লগীয়া বন্দী হব। [9] যি জনার অগ্নি চিয়োনত, যি জনার অগ্নিকুণ্ড যিরূচালেমত আছে, সেই যিহোৱাই কৈছে, সি ভয়র কারণে আপোন আশ্রয়স্থান এরি যাব, আরু তার সেনাপতিবিলাক নিচানডালিত অতি ত্রাসিত হব।

অভিষিক্ত জনার রাজ্যর বর্ণনা।

**৩২** দেখা, এজন রজাই ধার্ম্মিকতারে রাজত্ব করিব, আরু শাসনকর্ত্তাবিলাকে ন্যায় বিচারেরে শাসন করিব। [2] সিবিলাক প্রতিজনে বতাহর পরা লুকুৱা ঠাই, ধুমুহার পরা আশ্রয় লোৱা ঠাই, খরাং ঠাইর পানীর সোঁত, আরু মরুভূমির বৃহৎ শিলর ছাঁ যেন হব। [3] আরু চকু থকাবিলাকর চকু দুর্ব্বল নহব, কাণ থকাবিলাকর কাণে শুনিব; [4] আরু অবিবেচকবিলাকর চিত্তেও জ্ঞান সোমাই পাব, আরু খোনাবিলাকর জিবায়ো সহজে স্পষ্টরূপে কথা কব। [5] মূর্খ লোকক

আৰু মহাত্মা সুবুলিব, নাইবা ধূৰ্ত্ত লোকক আৰু ভদ্ৰ সুবুলিব। [৬]কিয়নো অপবিত্ৰ কাৰ্য্য কৰিবলৈ, যিহোৱাৰ বিৰুদ্ধে ভ্ৰান্তিৰ কথা কবলৈ, ক্ষুধাতুৰৰ পেট শুদা ৰাখিবলৈ, আৰু তৃষ্ণাতুৰৰ পানীৰ অভাৱ কৰিবলৈ, মূৰ্খই মূৰ্খতাৰ কথা কব, আৰু তাৰ হৃদয়ে অধৰ্ম্ম চিন্তা কৰিব। [৭]ধূৰ্ত্ত লোকৰ উপায়বোৰো মন্দ ; দুঃখীয়া লোকে সঁচা কথা কলেও, সি মিচা কথাৰে নম্ৰ লোকবিলাকক নষ্ট কৰিবৰ মনেৰে দুষ্ট বুদ্ধি চলায়। [৮]কিন্তু মহাত্মাই মহৎ বিষয়ৰ কল্পনা কৰে, আৰু মহৎ বিষয়তেই লাগি থাকে।

যিৰূচালেমৰ তিৰুতাবোৰৰ বিৰুদ্ধে
কোৱা ভাববাণী।

[৯]হে নিশ্চিন্তে থকা তিৰুতাবিলাক, উঠা, আৰু মোৰ কথা শুনা ; হে শঙ্কা-ৰহিতা যুবতীবিলাক, মোৰ বাক্যলৈ কাণ পাতা। [১০]হে শঙ্কা-ৰহিতা তিৰুতাবিলাক, তোমালোকে এবছৰ হৈ কিছু দিন গলে, মনত দুঃখ পাবা ; কিয়নো দ্ৰাক্ষাক্ষেত্ৰ নষ্ট হব, ফল চপোৱা সময় নাহিব। [১১]হে নিশ্চিন্তে থকা তিৰুতাবিলাক, কঁপা ; হে শঙ্কা-ৰহিতাবিলাক, কম্পমান হোৱা, কাপৰ সোলোকাই বিবস্ত্ৰ হোৱা, আৰু কঁকালত চট বান্ধা। [১২]সিহঁতে মনোহৰ ক্ষেতিৰ নিমিত্তে, ফলৱতী দ্ৰাক্ষালতাৰ নিমিত্তে হিয়া ভুকুৱাব। [১৩]মোৰ প্ৰজাবিলাকৰ মাটিত, এনে কি, উল্লাসপ্ৰিয় নগৰত ৰঙ্গ-ধেমালিৰে থকা সকলো ঘৰবাৰীত কাঁইটীয়া বন আৰু কাঁইট গছৰ হাবি হব ; [১৪]কিয়নো অট্টালিকা এৰা যাব, বহুলোকপূৰ্ণ নগৰ ত্যাগ কৰা হব, ওফেল পৰ্ব্বত আৰু পৰীয়া ঘৰ সৰ্ব্বকাললৈকে গুহাস্বৰূপ হব, বনৰীয়া গাধৰ ধেমালি কৰা ঠাই, আৰু পশুৰ জাকবোৰৰ চৰা ঠাই হব। [১৫]ওপৰৰ পৰা আমাৰ ওপৰত আত্মা ঢালি নিদিয়ালৈকে আৰু অৰণ্য ফলৱতী উদ্যান নোহোৱালৈকে, আৰু ফলৱতী উদ্যান কাঠনি বুলি গণিত নোহোৱালৈকে তেনে অৱস্থাত থাকিব। [১৬]তেতিয়া সেই অৰণ্যত ন্যায় বিচাৰে বাস কৰিব, আৰু সেই ফলৱতী উদ্যানত ধাৰ্ম্মিকতাই বসতি কৰিব। [১৭]ধাৰ্ম্মিকতাৰ কাৰ্য্য শান্তি, আৰু ধাৰ্ম্মিকতাৰ ফল চিৰস্থায়ী সুস্থিৰতা আৰু বিশ্বাস হব। [১৮]আৰু মোৰ প্ৰজাবিলাকে শান্তিযুক্ত নিবাসত, নিৰ্ভয় ঘৰবোৰত, আৰু চিন্তাহীন বিশ্ৰামৰ ঠাইবোৰত বাস কৰিব। [১৯]কিন্তু কাঠনী ভাগি যোৱাকৈ শিলাবৃষ্টি হব, আৰু নগৰ একেবাৰে মাটিৰে সমান হব। [২০]আটাই জলসমূহৰ দাঁতিত গুটি সিঁচোঁতা, গৰু আৰু গাধক চৰিবলৈ এৰি দিয়া যি তোমালোক, তোমালোক ধন্য।

যিৰূচালেমৰ বৰ্ত্তমান দুৰৱস্থা, আৰু তাৰ
ভাবী গৌৰৱ।

৩৩ নিজে ধ্বংসিত নোহোৱাকৈ ধ্বংস কৰোঁতা যি তুমি, আৰু লোকে তোমালৈ বিশ্বাস-ঘাতকতা নকৰাকৈ বিশ্বাস-ঘাতকতা কৰোঁতা যি তুমি, তোমাৰ সন্তাপ হব। ধ্বংস কৰিবলৈ এৰিলে তুমি নিজে ধ্বংসিত হবা, আৰু তুমি বিশ্বাস-ঘাতকতা কৰি এঁটালে, লোকে তোমালৈ বিশ্বাস-ঘাতকতা কৰিব। [২]হে যিহোৱা, আমাক দয়া কৰা ; আমি তোমালৈ বাট চাই আছোঁ ; প্ৰতিৰাতিপুৱাতে তুমি সিবিলাকৰ বাহুস্বৰূপ হোৱা, সঙ্কটৰ কালত তুমি আমাৰ পৰিত্ৰাণো হোৱা। [৩]কোলাহলৰ শবদত লোকসমূহ পলাল ; তুমি উঠাত জাতিবিলাক ছিন্নভিন্ন হল। [৪]কাকতি ফৰিঙে গোটোৱাদি তহঁতৰ লুটদ্ৰব্য গোটোৱা হব, ফৰিংবোৰে জঁপিওৱাদি তাৰ ওপৰত লোকবিলাকে জঁপ দি পৰিব। [৫]যিহোৱা উন্নত, কিয়নো তেওঁ ঊৰ্দ্ধলোকত বাস কৰে ; তেওঁ চিয়োনক ন্যায় বিচাৰেৰে আৰু ধাৰ্ম্মিকতাৰে পৰিপূৰ্ণ কৰিলে। [৬]আৰু তোমাৰ কালত স্থিৰতা হব, পৰিত্ৰাণ, জ্ঞান, আৰু বুদ্ধি প্ৰচুৰ পৰিমাণে হব ; যিহোৱাবিষয়ক ভয়েই তেওঁৰ পৰমধন।

[৭]দেখা, সিবিলাকৰ বীৰবিলাকে বাহিৰত হাহাকাৰ কৰিছে, সন্ধিৰ চেষ্টা কৰা দূতবিলাকে বৰকৈ কান্দিছে। [৮]ৰাজ-আলিবোৰ নিৰ্জ্জন হৈছে, বাটৰুৱা নোহোৱা হল ; সি নিয়মটী ভাঙিলে, নগৰবোৰক তুচ্ছজ্ঞান কৰিলে ; সি মানুহক নেমানে। [৯]দেশে শোক কৰিছে আৰু জঁয় পৰিছে ; লিবানোনে লাজ পাই শুকাই গৈছে, চাৰোণ মৰুভূমিৰ নিচিনা হৈছে ; বাচান আৰু কৰ্ম্মিলে পাত সৰাইছে। [১০]যিহো-

বাই কৈছে, এতিয়াই মই উঠিম, এতিয়াই মই উন্নত হম, এতিয়াই মই গৌৰবান্বিত হম। ১১ তহঁতে তুঁহ গৰ্ভধাৰণ কৰিবি, তহঁতে নৰা প্ৰসৱ কৰিবি, তহঁতৰ প্ৰশ্বাস-বায়ু তহঁতক গ্ৰাস কৰোঁতা অগ্নি হব। ১২ জাতিবিলাক ভটাত পোৰা শিল-চুনৰ নিচিনা হব, কাঁটি জুইত পোৰা কাঁইটস্বৰূপ হব।

১৩ হে দূৰত থকা লোকবিলাক, মই কৰা কাৰ্য্যৰ কথা শুনা; হে ওচৰত থকা লোকবিলাক, মোৰ পৰাক্ৰম স্বীকাৰ কৰা। ১৪ চিয়োনত পাপীবোৰে ভয় কৰিছে; অধৰ্ম্মী লোকবোৰক কঁপনিয়ে ধৰিছে। "আমাৰ মাজৰ কোনে গ্ৰাসকাৰী অগ্নিয়ে সৈতে বাস কৰিব পাৰে? আমাৰ মাজৰ কোনে অনন্ত কাললৈকে জ্বলি থকা জুইৰে সৈতে বাস কৰিব পাৰে?" ১৫ যি জনে ধাৰ্ম্মিকতাৰ পথত চলে, আৰু ন্যায় কথা কয়, যি জনে অত্যাচাৰ কৰি পোৱা লাভ ঘিণ কৰে, যি জনে ভেঁটি লবলৈ আপোন হাত কোঁচায়, যি জনে ৰক্তপাতৰ আলচ শুনিবলৈ কাণত সোপা দিয়ে, যি জনে কুকৰ্ম্ম দেখাৰ পৰা আপোন চকু মুদে, ১৬ সেই জনে উচ্চস্থানত বাস কৰিব, সেই জনৰ ৰক্ষাস্থান শিলবোৰৰ দুৰ্গম ঠাই হব, সেই জনৰ আহাৰ সেই জনক দিয়া যাব, সেই জনৰ পানীৰ সংশয় নহব। ১৭ তুমি নিজ চকুৰে ৰজা জনাক তেওঁৰ সৌন্দৰ্য্য-অৱস্থাত থকা দেখিবা; তুমি নিজ চকুৰে দূৰলৈকে ব্যাপি থকা দেশ দেখিবলৈ পাবা। ১৮ তোমাৰ মনে হে যোৱা সঙ্কটৰ বিষয়ে ভাবিব; যি জনে কৰ লেখিছিল, যি জনে ধন জুখিছিল, যি জনে কোঁঠবোৰ গণনা কৰিছিল, সেই জন ক'ত? ১৯ তুমি বুজিব নোৱৰা নিগূঢ় ভাষা কওঁতা, তুমি ভত ধৰিব নোৱৰা অস্পষ্ট কথা কওঁতা যি ক্ৰূৰ জাতি, সেই জাতিক তুমি আৰু দেখিবলৈ নেপাবা। ২০ আমাৰ উৎসৱ-নগৰী চিয়োনলৈ তুমি দৃষ্টি কৰা; যাৰ খুঁটি কেতিয়াও উঘালিব নোৱাৰি, যাৰ ৰচি কেতিয়াও নিচিগে, স্থানান্তৰ কৰিব নোৱৰা এনে তম্বুস্বৰূপ শান্তি-নিবাস যি যিৰূচালেম, তোমাৰ নিজ চকুৰে তাক দেখিবলৈ পাব। ২১ কিন্তু সেই ঠাইত যিহোৱা আমাৰ নিমিত্তে গৌৰবান্বিত হৈ, বহল নৈৰ আৰু সুঁতীৰ ঠাইস্বৰূপ হব; তাত বঠাৰে চলোৱা বৃহৎ নাও বা প্ৰকাণ্ড জাহাজ নচলিব। ২২ কিয়নো যিহোৱা আমাৰ বিচাৰকৰ্ত্তা, যিহোৱা আমাৰ ব্যৱস্থাপক, যিহোৱা আমাৰ ৰজা; তেৱেঁই আমাক পৰিত্ৰাণ কৰিব। ২৩ তোমাৰ ৰচিবোৰ ঢিলা হৈ পড়িছে, সিহঁতে মাস্তুল থিৰকৈ ৰাখিব নোৱাৰে, সিহঁতে পাল তৰিব নোৱাৰে। সেই কালত অনেক লুটদ্ৰব্য ভাগ বাঁটি দিয়া হল, লেঙেৰায়ো লুটদ্ৰব্য নিলে। ২৪ মই নৰীয়া, এই বুলি নগৰ-নিবাসীয়ে নকব; তাত থকা লোকবিলাকৰ অপৰাধ ক্ষমা কৰা হব।

### ইদোমৰ ওপৰত সাধন কৰিব লগীয়া প্ৰতিকাৰ।

৩৪ হে জাতিবিলাক, কথা শুনিবলৈ ওচৰ চাপা, আৰু হে লোকসমূহ, কাণ পাতা; পৃথিবী আৰু তাত থকা সকলোৱে, জগত আৰু তাত উৎপন্ন হোৱা সকলোৱে শুনোক। ২ কিয়নো সকলো জাতিৰ বিৰুদ্ধে যিহোৱাৰ ক্ৰোধ আছে, আৰু সিহঁতৰ সকলো সৈন্যসামন্তৰ অহিতে তেওঁৰ প্ৰচণ্ড কোপ আছে; তেওঁ সিহঁতক নিঃশেষে বিনষ্ট কৰিবলৈ স্থিৰ কৰিলে, বধ কৰিবলৈ তেওঁ সিহঁতক সোধাই দিলে। ৩ সিহঁতৰ হত লোকক বাহিৰত পেলোৱা হব, সিহঁতৰ মৰা শবৰ পৰা দুৰ্গন্ধ উঠিব, আৰু সিহঁতৰ তেজত পৰ্ব্বতবোৰ গলি যাব। ৪ আৰু আকাশ-মণ্ডলৰ সকলো বাহিনীবিলাক দ্ৰবীভূত হৈ যাব, আৰু মুৰিওৱা পুথীৰ দৰে আকাশ-মণ্ডলক মুৰিওৱা যাব; দ্ৰাক্ষালতাৰ পৰা পাত লেৰেলি সৰি পড়াদি, আৰু ডিমৰু গছৰ পৰা লেৰেলা পাত সৰি পড়াদি তাৰ সকলো বাহিনীবিলাক সৰি পড়িব। ৫ কিয়নো মোৰ তৰোৱালে স্বৰ্গত পেট ভৰাকৈ তেজ পান কৰিলে; দেখা, বিচাৰ সিদ্ধ কৰিবৰ অৰ্থে সেয়ে ইদোমৰ, আৰু মোৰ শাপ-গ্ৰস্ত লোকবোৰৰ ওপৰত পড়িবহি। ৬ যিহোৱাৰ তৰোৱাল তেজেৰে পৰিপূৰ্ণ, তেলেৰে, মেৰ আৰু ছাগবোৰৰ তেজেৰে, মটা মেৰবোৰৰ ঘিলাৰ তেলেৰে তেপতেপীয়া হল; কিয়নো বস্ৰাত যিহোৱাৰ এক যজ্ঞ আৰু ইদোম দেশত এক মহাহত্যা হৈছে। ৭ সিহঁতৰ লগত মেথন, আৰু তভৰাৰে সৈতে বলদ নামি আহিব; আৰু

সিহঁতর ভূমি তেজেরে তেজিব, আরু সিহঁতর ধূলি তেলেরে তেপ্‌তেপীয়া হব। [৮] কিয়নো এয়ে যিহোবার প্রতিকার সধা দিন, চিয়োনর অর্থে করা প্রতিবাদত প্রতিফল দিয়ার বছর। [৯] তার নৈবোরর পানী মাটি-তেলত পরিণত হব, তার ধূলি শুচি গন্ধক হব, আরু তার আটাই মাটি শুচি প্রজ্বলিত মাটি-তেল হব। [১০] সেয়ে দিন কি রাতি নুমুমাব, সদাকাল তার ধুঁৱা; উঠিব; সেই দেশ পুরুষানুক্রমে ধ্বংস-অৱস্থাত থাকিব, কোনেও তার মাজেদি চিরকাললৈকে কেতিয়াও নেযাব। [১১] কিন্তু ঢেঁরা চরাই আরু কেঁটেলা পহুৱে তাক অধিকার করিব, হুদু আরু ঢোঁরা কাউরীয়ে তার মাজত নিবাস করিব; আরু বিশৃঙ্খলা করিবর অর্থে তার ওপরত পরিমাণজরী বিস্তার করা যাব, আরু শূন্য করিবর অর্থে ওলোম-সূতা ধরা যাব। [১২] তার প্রধানবিলাকক রাজ্যলৈ মতা যাব, কিন্তু তাত কাকো পোৱা নেযাব; আরু তার সকলো শাসনকর্ত্তা নাইকিয়া হব। [১৩] আরু তার অট্টালিকাবোরত কাঁইট, আরু তার কোঁঠবোরত চোরাত আরু কাঁইটিয়া বন গজিব; আরু দেশ শিয়ালর বসতি আরু উট পক্ষীর চরণী ঠাই হব। [১৪] আরু সেই ঠাইত অরণ্য-নিবাসী বনরীয়া জন্তুৱে রাং-কুকুরর লগ পাব, আরু বনরীয়া ছাগে আপোন আপোন লগরীয়াক মাতিব; এনে কি, সেই ঠাইত নিশাচরী জন্তুৱে নিবাস করিব, আরু আপোনার নিমিত্তে বিশ্রামর ঠাই পাব। [১৫] সেই ঠাইত জঁপিয়াই যোৱা সাপে বাস করি কনি পারিব, আরু তাক উমাই পোৱালি জগাই আপোনার ছাঁত পোৱালিবোর গোটাব; এনে কি, সেই ঠাইত চিলনিবোরে প্রতিজনীয়ে আপোন আপোন সঙ্গীর লগত গোট খাব। [১৬] তোমালোকে যিহোবার পুথীখনিত কথা বিচারি উলিয়াই পাঠ করা; এইবোরর মাজর এটীয়ো অভাৱ নাই, সিহঁতর মাজর কোনো জনী সঙ্গী নোহোৱাকৈ থকা নাই; কিয়নো মন্ন নিজ মুখেরে তাক আজ্ঞা করিলোঁ, আরু তেওঁর আত্মাই সেইবোর গোটালে। [১৭] তেওঁ সেই-বোরর নিমিত্তে চিঠি খেলিলে, আরু সেই-বোরক তেওঁর নিজ হাতেরে পরিমাণজরীর দ্বারায় তাক ভাগ বাঁটি দিলে; সেইবোরে তাক যুগে যুগে অধিকার করিব, পুরুষানুক্রমে তাত বাস করিব।

ইস্রায়েলর পুনঃস্থাপন।

৩৫ অরণ্য আরু নির্জ্জন ঠাই আনন্দিত হব, আরু মরুভূমি উল্লাসিত হৈ গোলাপ ফুলর নিচিনা প্রফুল্লিত হব। [২] সেয়ে অধিকৈকৈ ফুলিব, আনন্দ আরু গানেরে সৈতেও উল্লাসিত হব; লিবানোনর প্রতাপ, কর্মিল আরু চারোণর শোভা তাক দিয়া হব; লোকবিলাকে যিহোবার প্রতাপ, আমার ঈশ্বরর শোভা দেখিবলৈ পাব।

[৩] তোমালোকে দুর্ব্বল হাত সবল করা, আরু কঁপা আঁঠু সুস্থির করা। [৪] ভয়াতুর মনর লোকক কোৱা, সাহ করা, ভয় নকরিবা; সোৱা দেখা, তোমালোকর ঈশ্বর প্রতিকারসাধনর অর্থে আহিছে, ঈশ্বরে আপোন প্রতিফল দিবলৈ ওচর চাপিছেহি; তেৱেঁই আহিছে, তোমালোকক পরিত্রাণ করিব। [৫] সেই কালত অন্ধবিলাকর চকু খোলা হব, আরু কলাবোরর কাণ মুকলি হব। [৬] সেই কালত খোরাই হরিণীর দরে ডেও দিব, আরু বোবাবিলাকর জিবাই গান করিব; কিয়নো অরণ্যত জল আরু মরুভূমিত জুরীবোর ওলাব। [৭] মরীচিকা জলাশয় হৈ যাব, আরু খরাং মাটি ভুমুক হৈ যাব; শিয়ালর নিবাস, সিহঁতর শোৱা ঠাই ঘাঁহনি আরু নল খাগরির ঠাই হব। [৮] আরু সেই ঠাইত এক রাজপথ আরু আলি হব; সেয়ে পবিত্র আলি বুলি প্রখ্যাত হব; সেয়েদি কোনো অশুচি লোক অহাযোৱা নকরিব; কিন্তু সেয়ে কেৱল লোকবিলাকর নিমিত্তে হব, তার পথিকবিলাক, এনে কি, অজ্ঞানো তাত ভ্রান্ত নহব। [৯] সেই ঠাইত সিংহ নেথাকিব, কোনো হিংসক জন্তু তাত নুঠিব, তাত সেইবোরক পোৱা নেযাব; কিন্তু মুক্তবিলাকে তাত অহাযোৱা করিব। [১০] আরু যিহোবার দ্বারায় উদ্ধার পোৱা লোকবিলাক উলটি আহিব, আরু গীত গাই চিয়োনলৈ আহিব; সিবিলাকর মূরত চিরস্থায়ী আনন্দ-মুকুট হব, সিবিলাকে আমোদ আরু আনন্দ পাব; শোক আরু হুমুনিয়াহ দূরলৈ পলাব।

### অচূরীয়াইতর পরা ইস্রায়েলে রক্ষা পোৱা।

৩৬ হিষ্কিয়া রজার রাজত্বর চতুৰ্দ্দশ বছরত, অচূরর চন্হেরীব রজাই গড়েরে আবৃত হোৱা যিহূদার সকলো নগরবোরর বিরুদ্ধে আহি, সেই সকলোকে হাত করি ললে। [২] পাছে অচূরীয়া রজাই লাখীচর পরা রব্চাকিক বহু সৈন্য-সামন্তই সৈতে যিরূচালেমলৈ হিষ্কিয়া রজার ওচরলৈ পঠালে; তেওঁ আহি ওপর-পুখুরির নলার ওচরত, ধোবা-পথারর রাজ-আলিত থিয় হল্হি। [৩] তাতে হিষ্কিয়ার পুত্র রজার ঘরগিরি ইলিয়াকীম, রাজলিখক চেব্না, আরু ইতিহাস-লিখক আচফর পুত্র যোৱাহে ওলাই গৈ তেওঁরে সৈতে সাক্ষাৎ করিলে। [৪] তেতিয়া রব্চাকিয়ে তেওঁবিলাকক কলে, তোমালোকে এতিয়া হিষ্কিয়াক এই কথা কোৱা, মহারাজ অচূরীয়া রজাই এই কথা কৈছে, তুমি যিহত আশা করিছা, তাত কি বিশ্বাস? [৫] ময় কৈছোঁ, রণবিষয়ক তোমার মন্ত্রণা আরু পরাক্রম কেবল মুখর কথা মাত্র। তুমি কার ওপরত ভারসা করি মোর অহিতে বিদ্রোহ-আচরণ করিছা? [৬] দেখা, তুমি সেই থেঁতেলা খোৱা লাখুটি মিচরত ভারসা করিছা; কোনোৱে সেই লাখুটিত ভর দিলে, সেয়ে তার হাতত ফুটি সোমাব; মিচরর রজা যি ফরৌণ, তেওঁত ভারসা করা সকলোলৈ তেওঁ তেনেকুৱা। [৭] আরু যদি তুমি মোক কোৱা, যে, আমি আপোন ঈশ্বর যিহোৱাত ভারসা করিছোঁ, তেন্তে ময় কওঁ, হিষ্কিয়াই যি জনার ওখ ঠাই আরু যজ্ঞবেদিবোর গুচাই যিহূদার আরু যিরূচালেমর লোকবিলাকক কলে, বোলে, তোমালোকে এই যজ্ঞবেদির গুরিতে সেৱা করা, তেওঁ জানো সেই জনাই নহয়? [৮] শুনা, তুমি এতিয়া মোর প্রভু অচূরীয়া রজার লগত কথা বান্ধা; যদি তুমি ঘোঁরাত উঠিব পরা দুই হাজার মানুহ দিব পারা, তেন্তে ময় তোমাক দুই হাজার ঘোঁরা দিম। [৯] তুমি যদি ইয়াকে করিব নোৱারা, তেন্তে মোর প্রভুর দাসবিলাকর মাজর সকলোতকৈ সরু সেনাপতি এজনকে কেনেকৈ ঘটাবা? আরু তুমি রথ ও ঘোঁরার নিমিত্তে মিচরত কেনেকৈ ভারসা করিছা? [১০] ময় জানো যিহোৱার বিনা-অনুমতিত এই দেশ বিনষ্ট করিবলৈ ইয়ার অহিতে উঠি আহিলোঁ? যিহোৱাই মোক কলে, তুমি সেই দেশর অহিতে উঠি গৈ তাক বিনষ্ট করা। [১১] তেতিয়া ইলীয়াকীম, চেব্না, আরু যোৱাহে রব্চাকিক কলে, বিনয় করোঁ, আপোনার দাসবিলাকক অরামীয়া ভাষারে কওক; কিয়নো আমি তাক বুজিব পারোঁ; কিন্তু গড়র ওপরত থকা লোকবিলাকে শুনাকৈ যিহূদী ভাষারে আমাক নকব। [১২] কিন্তু রব্চাকিয়ে কলে, মোর প্রভুয়ে কেবল তোমার প্রভুরেই ওচরলৈ, আরু তোমারেই ওচরলৈ জানো এইবোর কবলৈ মোক পঠাইছে? যি লোকবিলাকে তোমালোকর লগত আপোন আপোন বিষ্ঠা খাবলৈ, আরু আপোন আপোন মূত পান করিবলৈ গড়র ওচরত বহি আছে, সিহঁতরো ওচরলৈ জানো মোক পঠোৱা নাই? [১৩] পাছে রব্চাকিয়ে থিয় হৈ যিহূদী ভাষারে রিঙিয়াই কলে, তোমালোকে মহারাজ অচূরীয়া রজার কথা শুনা, [১৪] রজাই এই রূপে কৈছে, হিষ্কিয়াই তোমালোকক নুভুলাওক; কিয়নো তোমালোকক রক্ষা করিবলৈ তার সাধ্য নাই; [১৫] যিহোৱাই আমাক অৱশ্যে উদ্ধার করিব, অচূরীয়া রজার হাতত এই নগর কেতিয়াও সোধাই দিয়া নহব, এই কথা কৈ হিষ্কিয়াই তোমালোকক যিহোৱাত ভারসা নকরাওক। [১৬] তোমালোকে হিষ্কিয়ার কথা নুশুনিবা; কিয়নো অচূরীয়া রজাই এই রূপে কৈছে, তোমালোকে মোর লগত সন্ধি পাতা, আরু মোর ওচরলৈ ওলাই আহাঁ; [১৭] আরু ময় আহি তোমালোকর নিজ দেশর নিচিনা শস্য আরু দ্রাক্ষারস থকা এক দেশ, অন্ন আরু দ্রাক্ষা-বারী থকা এক দেশলৈ তোমালোকক নৈ নেযাওঁমানে, তোমালোক প্রতিজনে, আপোন আপোন দ্রাক্ষাগুটি আরু ডিমরু গুটি ভোজন করা, আরু আপোন আপোন নাদর পানী পান করা। [১৮] সাবধান, যিহোৱাই আমাক উদ্ধার করিব বুলি হিষ্কিয়াই তোমালোকক নুভুলাওক; জাতিবিলাকর দেৱতাবোরর কোনো এজনে জানো অচূরীয়া রজার হাতর পরা আপোন দেশ উদ্ধার করিছিল? [১৯] হমাতর আরু অর্পদর দেৱতাবোর ক'ত? চফর্বয়িমর দেৱতাবোর ক'ত? সিহঁতে জানো মোর হাতর পরা চমরি-

য়াক উদ্ধার করিছিল ? [২০] সেই দেশবিলাকর দেৱতাবোরর মাজর কোনবোরে মোর হাতর পরা নিজ দেশ উদ্ধার করিছিল, যে, যিহোৱাই মোর হাতর পরা যিৰূচালেমক উদ্ধার করিব পারিব ? [২১] কিন্তু লোকবিলাক মনে মনে থাকিল, সিবিলাকে তেওঁক এটা কথারো উত্তর নিদিলে ; কিয়নো, তাক উত্তর নিদিবা বুলি রজার আজ্ঞা আছিল। [২২] পাছে হিল্কিয়ার পুত্র রজার ঘরগিরি ইলিয়াকীম, রাজলিখক চেব্না, আরু ইতিহাস-লিখক আচফর পুত্র যোৱাহে আপোন আপোন কাপর ফালি হিষ্কিয়ার ওচরলৈ আহি রব্চাকির কথা জনালে।

৩৭ তাক শুনামাত্রে হিষ্কিয়া রজাই আপোনার বস্ত্র ফালি চট কাপর পিন্ধি যিহোৱার গৃহত সোমাল। [২] আরু চট কাপর পিন্ধা রজার ঘরগিরি ইলিয়াকীম, রাজলিখক চেব্না, আরু পুরোহিতবিলাকর বৃদ্ধ লোকক আমোচর পুত্র যিচয়া ভাববাদীর ওচরলৈ তেওঁ পঠাই দিলে। [৩] পাছে তেওঁবিলাকে তেওঁক কলে, হিষ্কিয়াই এই কথা কৈছে, আজি সঙ্কট, ধম্কি, আরু অপমানর দিন ; কিয়নো লরাবোর প্রসব-দুৱারলৈ আহিল, কিন্তু প্রসব করিবলৈ শক্তি নাই। [৪] যি রব্চাকিক আপোন প্রভু অচূরীয়া রজাই জীৱন্ত ঈশ্বরক ধিক্কার দিবলৈ পঠাইছিল, কিজানি আপোনার ঈশ্বর যিহোৱাই সেই রব্চাকির কথা শুনিব, আরু আপোনার ঈশ্বর যিহোৱাই নিজে শুনা কথার নিমিত্তে দণ্ড দিব ; এই হেতুকে বর্ত্তমানে থকা অৱশিষ্ট ভাগর নিমিত্তে আপুনি প্রার্থনা উৎসর্গ করোক। [৫] এই রূপে হিষ্কিয়া রজার দাসবিলাক যিচয়ার ওচরলৈ গলত, যিচয়াই তেওঁবিলাকক কলে, [৬] তোমালোকর প্রভুক এই কথা কোৱাগৈ, যিহোৱাই এই কথা কৈছে, তুমি যি বাক্য শুনিলা, আরু যিহর দ্বারায় অচূরীয়া রজার দাসবোরে মোক নিন্দা করিলে, সেই সকলো কথালৈ ভয় নকরিবা। [৭] দেখা, ময় তার অন্তরত এক আত্মা স্থিতি করিম, আরু সি কোনো সম্বাদ শুনি আপোন দেশলৈ উলটি যাব ; পাছে ময় তার দেশত তাক তরোৱালেরে নিপাত করিম।

[৮] পাছে রব্চাকিয়ে উলটি গৈ অচূরীয়া রজাক লিব্নার অহিতে যুদ্ধ করা পালে ; কিয়নো রব্চাকিয়ে, তেওঁ লাখীচর পরা গল বুলি বার্ত্তা পাইছিল। [৯] পাছে তেওঁ কূচ দেশর তির্হাকা রজার বিষয়ে এই কথা শুনিলে, যে, তেওঁ তোমার বিরুদ্ধে যুদ্ধ করিবর অর্থে ওলাই আহিছে ; ইয়াকে শুনি তেওঁ হিষ্কিয়ার ওচরলৈ দূত পঠাই কলে, [১০] তোমালোকে যিহূদার হিষ্কিয়া রজাক এই কথা কোৱাগৈ, তুমি যি ঈশ্বরত ভারসা করিছা, অচূরীয়া রজার হাতত যিৰূচালেমক সোধাই দিয়া নহব বুলি তোমার সেই ঈশ্বরে তোমাক নুভুলাওক। [১১] দেখা, সকলো দেশ একেবারে নষ্ট করিবর নিমিত্তে অচূরীয়া রজাবিলাকে সেইবোরক কি করিছিল, তাক তুমি শুনিবলৈ পালা ; তেন্তে তুমি জানো রক্ষা পাবা ? [১২] মোর ওপর-পিতৃবিলাকে বিনষ্ট করা জাতি যি গোজন, হারণ, রেচফ, আরু তলচ্ছারত থকা এদনর সন্তানবোর, সিহঁতর দেৱতাবোরে জানো সিহঁতক রক্ষা করিছিল ? [১৩] হমাতর রজা, অর্পদর রজা, চফর্বয়িম নগরর রজা, হেনার আরু ইব্বার রজা ক'ত ? [১৪] পাছে হিষ্কিয়াই দূতবিলাকর হাতর পরা পত্রখন লৈ পাঠ করিলে ; আরু তেওঁ যিহোৱার গৃহলৈ উঠি গৈ যিহোৱার সম্মুখত তাক মেলি দিলে। [১৫] আরু হিষ্কিয়াই যিহোৱার আগত প্রার্থনা করি কলে, [১৬] হে করূব দুটার মাজত বসতি করা ইস্রায়েলর ঈশ্বর বাহিনীবিলাকর যিহোৱা, তুমি ঈশ্বর, পৃথিবীর সকলো রাজ্যর মাজত কেৱল তুমিয়েই ঈশ্বর ; তুমিয়েই আকাশ-মণ্ডল আরু পৃথিবী নির্ম্মাণ করিলা। [১৭] হে যিহোৱা, কাণ পাতি শুনা ; হে যিহোৱা, তোমার চকু মেলি দৃষ্টি করা, আরু জীৱন্ত ঈশ্বরক ধিক্কার দিবর অর্থে চন্হেরীবে কৈ পঠোৱা সকলো কথা শুনা। [১৮] হে যিহোৱা, স্বরূপেই অচূরীয়া রজাবিলাকে সর্ব্বদেশীয় লোকবিলাকক, আরু সিহঁতর দেশ উচ্ছন্ন করিলে, [১৯] আরু সিহঁতর দেৱতাবোরক জুইত পেলালে ; কিয়নো সেইবোর দেৱতা নহয়, মনুষ্যর হাতর কার্য্য কাঠ আরু শিল মাথোন ; এই নিমিত্তে সিবিলাকে সেইবোর বিনষ্ট করিলে। [২০] এই হেতুকে, হে আমার ঈশ্বর যিহোৱা, অকল তুমিয়েই যে যিহোৱা, ইয়াক পৃথিবীর আটাই রাজ্যর লোক-

বিলাকে জানিবর নিমিত্তে তুমি তেওঁর হাতর পরা আমাক নিস্তার করা।

[২১] পাছে আমোচর পুত্র যিচয়াই হিষ্কিয়ার ওচরলৈ এই কথা কৈ পঠালে, ইস্রায়েলর ঈশ্বর যিহোবাই এই কথা কৈছে, তুমি অচূরর রজা চন্হেরীব রজার অহিতে মোর আগত প্রার্থনা করিলা; [২২] এই নিমিত্তে সেই বিষয়ে যিহোবাই এই কথা কৈছে, কুমারী চিয়োন-জীয়ারীয়ে তোমাক হেয়জ্ঞান করিছে, আরু তোমাক হাঁহিছে; যিরূচালেম-জীয়ারীয়ে তোমার পাছুতে মূর জোকারিছে। [২৩] তুমি কাক ধিক্কার দিলা? কাক নিন্দা করিলা? কার বিরুদ্ধে উচ্চ স্বরেরে কথা কলা, আরু উর্দ্ধদৃষ্টি করিলা? ইস্রায়েলর পবিত্র জনার বিরুদ্ধেই করিলা। [২৪] তুমি আপোন দাসবিলাকর দ্বারায় প্রভুক ধিক্কার দিয়ালা, আরু কলা, মোর অধিক রথে সৈতে ওখ পর্ব্বতবোরর টিঙলৈকে, লিবানোনর ভিতর-ভাগলৈকে উঠি গলোঁ; আরু ময় তার ওখ ওখ এরচ বৃক্ষবোর আরু তার উত্তম উত্তম দেবদারু গছবোর কাটি পেলাম, আরু তার অন্ত ভাগর ওখ ঠাইত তার ফলবতী উদ্যানর কাঠনিত সোমাম। [২৫] ময় খানি খানি জল পান করিলোঁ, আরু ময় মোর ভরির তলুৱারে মিচরর সকলো সুঁতীবোর শুকুৱাম। [২৬] বহুকালরে পরা ময় তাক কেনেকৈ স্থির করিলোঁ, আরু প্রাচীন কালত ময় তাক কেনেকৈ কল্পনা করিলোঁ, তাক তুমি জানো শুনা নাই? তুমি যেন গড়েরে আবৃত নগরবোর উচ্ছন্ন করি ভগ্নরাশি করিব পারা, এই অভিপ্রায়েরে ময় এতিয়া তাক সিদ্ধ করিলোঁ। [২৭] এই হেতুকে সেইবোরর নিবাসী-বিলাক দুর্ব্বল আছিল; সিহঁতে অতিশয় ভয় পাই ব্যাকুল হৈছিল, সিহঁত পথারর তৃণ, কুমলীয়া বন, ঘরর চালত গজা ঘাঁহ, আরু উপ-যুক্তরূপে বৃদ্ধি নোহোৱা শস্যর ক্ষেতির নিচিনা হৈছিল। [২৮] কিন্তু তুমি বহা, তুমি বাহিরলৈ ভিতরলৈ অহা-যোৱা করা, আরু মোর বিরুদ্ধে তুমি খং-রাগ করা, এই সকলোকে ময় জানিছোঁ। [২৯] তুমি মোর বিরুদ্ধে খং-রাগ করার কারণে, আরু তোমার অহঙ্কারর কথা মোর কাণত পড়ার কারণে ময় তোমার নাকত মোর হাঁকোটা, আরু তোমার মুখত মোর লাগাম লগাম, আরু যি বাটেদি তুমি আহিলা, সেই বাটেদিয়েই তোমাক ওভোটাম। [৩০] আরু তোমার নিমিত্তে এয়ে এক চিন হব, যে, এই বছরত আপুনি উৎপন্ন হোৱা শস্য, আরু দ্বিতীয় বছরত তার গুরির পরা উৎপন্ন হোৱা শস্য তোমালোকে ভোজন করিবা; পাছে তোমা-লোকে তৃতীয় বছরত কঠিয়া সিঁচি শস্য দাবা, আরু দ্রাক্ষা-বারী পাতি তার ফল ভোগ করিবা। [৩১] যিহুদা বংশর রক্ষা পোৱা অবশিষ্ট লোকে পুনরায় তললৈ শিপা মেলিব, আরু ওপ-রত গুটি ধরিব। [৩২] কিয়নো যিরূচালেমর পরা অবশিষ্ট ভাগ, আরু চিয়োন পর্ব্বতর পরা রক্ষা পোৱা লোক ওলাই যাব; বাহিনীবিলাকর যিহোবার মর্য্যাদা রখা উৎসাহে ইয়াক সিদ্ধ করিব। [৩৩] এই হেতুকে অচূরীয়া রজার বিষয়ে যিহোবাই এই কথা কৈছে, তেওঁ এই নগরলৈ নাহিব, ইয়ালৈ এপাত কাঁড়ো নেমারিব, ইয়ার সম্মুখলৈ ঢাল লৈ নাহিব, আরু ইয়ার বিরুদ্ধে হাদাম নেবান্ধিব। [৩৪] যিহোবাই কৈছে, তেওঁ যি বাটেদি আহিল, সেই বাটেদিয়েই উভটি যাব, এই নগরলৈ নাহিব। [৩৫] কিয়নো এই নগর রক্ষা করিবলৈ, ময় নিজর আরু মোর দাস দায়ূ-দর কারণে তার ঢালস্বরূপ হম।

[৩৬] পাছে যিহোবার দূতে ওলাই গৈ অচূরীয়া-হঁতর ছাউনিত এক লাখ পঞ্চাশী হাজার লোক মারিলে; তাতে লোকবিলাকে রাতিপুৱা উঠি সিহঁত সকলোকে মরা শব হৈ পড়ি থকা দেখিলে। [৩৭] এই হেতুকে অচূরর রজা চন্হেরীবে উলটি গুচি গৈ নীনবিত বাস করিলে। [৩৮] পাছে তেওঁ আপোনার নিস্রোক নামেরে দেব-তার গৃহত প্রণিপাত করোঁতে, অদ্রম্মেলক আরু চরেচর নামেরে তেওঁর পুতেক দুজনে তেওঁক তরোৱালেরে বধ করিলে; আরু সিহঁত অরারট দেশলৈ পলাই গল। পাছে তেওঁর পুত্র এচর-হদ্দোন তেওঁর পদত রজা হল।

### হিষ্কিয়া নরীয়া পড়ি সুস্থ হোৱা।

**৩৮** সেই কালত হিষ্কিয়ার সাংঘাতিক নরীয়া হলত, আমোচর পুত্র যিচয়া ভাববাদীয়ে তেওঁর ওচরলৈ আহি কলে, যিহোবাই এই কথা কৈছে, তুমি আপোন ঘরর বিষয়ে দিহা দিয়া; কিয়নো

তোমার মৃত্যু হব, তুমি নিজীবা। ২ তাতে হিষ্কিয়াই দেৱালর ফাললৈ মুখ ঘুরাই যিহোৱার আগত প্রার্থনা করি কলে, ৩ হে যিহোৱা, বিনয় করোঁ, ময় সত্যতারে আরু শুদ্ধ মনেরে তোমার সাক্ষাতে কি রূপে চলি আহিছোঁ, আরু তোমার দৃষ্টিত কেনে সদাচরণ করি আহিছোঁ, তাক তুমি এতিয়া সোঁৱরণ করা; এই বুলি হিষ্কিয়াই বড়কৈ কান্দিলে। ৪ পাছে যিচয়ার ওচরলৈ যিহোৱার বাক্য আহিল, বোলে, ৫ তুমি গৈ হিষ্কিয়াক কোৱা, তোমার ওপর-পিতৃ দায়ূদর ঈশ্বর যিহোৱাই এই কথা কৈছে, ময় তোমার প্রার্থনা শুনিলোঁ, আরু তোমার চকু-লোত মোর দৃষ্টি পড়িল; দেখা, ময় তোমার আয়ুস পোন্ধর বছর বৃদ্ধি করিম। ৬ আরু ময় অচূরীয়া রজার হাতর পরা তোমাক আরু এই নগর উদ্ধার করিম; আরু ময় এই নগরর ঢালস্বরূপ হম। ৭ আরু যিহোৱাই যে নিজে কোৱা এই বাক্য সিদ্ধ করিব, যিহোৱার পরা তোমার পক্ষে তার এই চিন হব; ৮ দেখা, আহজর খটখটিত সূর্য্যর যি ছাঁটো তললৈ নামি গল, সেই খটখটিত সেই ছাঁটো ময় দহ খাপ ওভোটাম। তাতে যি খটখটিত সূর্য্যর ছাঁটো তললৈ নামি গৈছিল, সেই খটখটিত সেয়ে দহ খাপ উঠিল।

৯ যিহূদার হিষ্কিয়া রজাই নরীয়া পড়ি সুস্থ হোৱার পাছে যি যি লিখিছিল, সেয়ে এই,

১০ ময় কৈছিলোঁ, "মোর আয়ুসর সোঁ বয়সত ময় চিয়োলর দুৱারত সোমাম;
মোর আয়ুসর অৱশিষ্ট ভাগর পরা ময় বঞ্চিত হলোঁ।"
১১ ময় কৈছিলোঁ, "ময় যিহোৱাক, জীবিত লোকর দেশত যিহোৱাক আরু দেখিবলৈ নেপাম;
জগত-নিবাসীবিলাকর লগত ময় মনুষ্যক আরু নেদেখিম।
১২ মের-রখীয়ার তাম্বুর নিচিনাকৈ মোর নিবাস উঘলা হৈ মোর পরা নিয়া হল;
ময় তাঁতির দরে আপোন আয়ুস মুরিয়ালোঁ, তেওঁ মোক তাঁতর পরা কাটি পেলাব;
এদিন-এরাতির ভিতরত তুমি মোক শেষ করিবা।
১৩ ময় রাতিপুৱালৈকে নিজম দি আছিলোঁ,
সিংহর দরে তেওঁ মোর আটাইবোর হাড় ভাঙিছে;
এদিন-এরাতির ভিতরতে তুমি মোক শেষ করিবা।
১৪ ময় তেলটুপি বা বগলির নিচিনাকৈ চিঁচিয়াই আছোঁ;
কপৌর নিচিনাকৈ শোক-ধ্বনি করিছোঁ;
ওপরলৈ চাওঁতে চাওঁতে মোর চকু দুর্ব্বল হল;
হে যিহোৱা, ময় উপদ্রব পাইছোঁ, তুমি মোর জামিন হোৱা।"
১৫ ময় কি কম? তেওঁ তো মোক অঙ্গীকার-বাক্য কলেই, তাক নিজে সিদ্ধও করিলে;
জীয়াই থাকোঁমানে মোর মনর বেজার সোঁৱরণ করি ময় ধীরে ধীরে চলিম।
১৬ হে প্রভো, এইবোরর দ্বারায় লোকবিলাক জীয়াই থাকে,
আরু কেবল এইবোরর দ্বারায় মোর আত্মাই জীৱন লাভ করে;
এই হেতুকে তুমি মোক আরোগ্য করি জীয়াই রাখা।
১৭ দেখা, ময় যে অতি বেজার পাইছিলোঁ, সেয়ে মোর শান্তির নিমিত্তে হৈছিল,
আরু তুমি মোর প্রাণক প্রীতি করি তাক বিনাশর গাঁতর পরা রাখিলা;
কিয়নো তুমি মোর সকলো পাপ তোমার পাছলৈ পেলালা।
১৮ কারণ চিয়োলে তোমাক প্রশংসা করিব নোৱারে, মৃত্যুৱে তোমার স্তুতি করিব নোৱারে;
গাঁতলৈ নামি যোৱাবিলাকে তোমার সত্যলৈ আশা করিব নোৱারে।
১৯ আজি ময় যেনেকৈ করিছোঁ, তেনেকৈ জীয়া লোকে,
জীবিত লোকেহে তোমার স্তুতিগান করিব;
পিতৃয়ে সন্তানবিলাকক তোমার সত্যতা জনাব।
২০ যিহোৱাই মোক পরিত্রাণ করিবলৈ যুগুত আছে;
এই হেতুকে আমি জীয়াই থাকোঁমানে,
যিহোৱার গৃহত তারযুক্ত যন্ত্রেরে গীত গাম।

[২১] যিচয়াই কলে, ডিমৰু গুটি এলদা আনি, খহুৰ ওপৰত পুল্টিচ লগাই দিয়া যাওক; তাতে তেওঁ জীব। [২২] হিষ্কিয়ায়ো কলে, ময় যে যিহোবাৰ গৃহলৈ উঠি যাম, ইয়াৰ চিন কি?

বাবিলৰ পৰা হিষ্কিয়াৰ ওচৰলৈ দূত অহা।

**৩৯** সেই সময়ত বলদানৰ পুত্ৰ মৰোদক-বলদান নামেৰে বাবিলৰ ৰজাই, হিষ্কিয়াৰ ওচৰলৈ এখন পত্ৰ আৰু এটী উপহাৰ পঠালে; কাৰণ তেওঁ হিষ্কিয়া নৰীয়া পড়ি সুস্থ হোৱাৰ সম্বাদ পাইছিল। [২] তাতে হিষ্কিয়াই সিবিলাকত আনন্দ পাই আপোনাৰ বহুমূল্য দ্ৰব্য থকা গৃহ, অৰ্থাৎ ৰূপ, সোণ, সুগন্ধি দ্ৰব্য, উত্তম তেল আদি আপোনাৰ ভঁৰালৰ আটাই বস্তু, আৰু আপোনাৰ গোটেই অস্ত্ৰাগাৰ সিবিলাকক দেখুৱাই দিলে। হিষ্কিয়াৰ ঘৰত, বা তেওঁৰ গোটেই ৰাজ্যত তেওঁ সিবিলাকক নেদেখুউৱা কোনো বস্তু নাছিল। [৩] পাছে যিচয়া ভাববাদীয়ে হিষ্কিয়া ৰজাৰ ওচৰলৈ আহি সুধিলে, সেই মানুহবোৰে কি কি কলে? আৰু তোমাৰ ওচৰলৈ ক'ৰ পৰা আহিল? তাতে হিষ্কিয়াই কলে, তেওঁবিলাক দূৰ দেশ বাবিলৰ পৰা মোৰ ওচৰলৈ আহিল। [৪] পাছে যিচয়াই সুধিলে, তোমাৰ গৃহত সিবিলাকে কি কি দেখিলে? তেতিয়া হিষ্কিয়াই কলে, মোৰ গৃহত থকা সকলোকে দেখিলে; মোৰ বহুমূল্য দ্ৰব্যৰ মাজৰ, ময় সিবিলাকক নেদেখুউৱা কোনো বস্তুৱেই নাই। [৫] তাতে যিচয়াই হিষ্কিয়াক কলে, বাহিনীবিলাকৰ যিহোৱাৰ বাক্য শুনা। [৬] দেখা, তোমাৰ গৃহত যি যি আছে, আৰু তোমাৰ পূৰ্ব্বপুৰুষবিলাকে সাঁচি থৈ যোৱা যি যি বস্তু আজিলৈকে আছে, সেই সকলোকে বাবিললৈ নিবৰ দিন ওচৰ চাপিছে, সেইবোৰৰ অলপেই অৱশিষ্ট নেথাকিব, ইয়াক যিহোৱাই কৈছে। [৭] তোমাৰ ঔৰসত যি যি সন্তান জন্মিব, সিবিলাকৰ মাজৰ কেতবিলাকক নিয়া যাব, আৰু সিবিলাক বাবিলৰ ৰাজগৃহত নপুংসক দাস হব। [৮] তাতে হিষ্কিয়াই যিচয়াক কলে, তুমি যিহোৱাৰ যি বাক্য কলা, সেয়ে উত্তম; তেওঁ আৰু কলে, কিয়নো মোৰ দিনত মঙ্গল আৰু সত্য থাকিব।

যিহোৱাৰ পৰিত্ৰাণৰ প্ৰতিজ্ঞা।

**৪০** তোমালোকৰ ঈশ্বৰে কৈছে, তোমালোকে সান্ত্বনা দিয়া, মোৰ প্ৰজাবিলাকক সান্ত্বনা দিয়া। [২] যিৰূচালেমক সান্ত্বনাদায়ক বাক্য কোৱা, আৰু তেওঁৰ যুদ্ধ যে শেষ হল, তেওঁৰ অপৰাধ যে ক্ষমা কৰা হল, তেওঁৰ সকলো পাপৰ সলনি যিহোৱাৰ হাতৰ পৰা যে তেওঁ দুগুণ মঙ্গল পালে, এই সকলো কথা তেওঁৰ আগত প্ৰকাশ কৰা।

[৩] শুনা, এজনে প্ৰচাৰ কৰিছে, বোলে, তোমালোকে অৰণ্যৰ মাজত যিহোৱাৰ পথ যুগুত কৰা, আমাৰ ঈশ্বৰৰ নিমিত্তে মৰুভূমিত এটী পোন ৰাজপথ তৈয়াৰ কৰা। [৪] প্ৰত্যেক উপত্যকা ওখ কৰা হব; প্ৰত্যেক পৰ্ব্বত আৰু উপপৰ্ব্বত চাপৰ কৰা হব, বেঁকাবেঁকি ঠাই পোন কৰা হব, খলাবমা মাটি সমান কৰা হব; [৫] আৰু যিহোৱাৰ মহিমা প্ৰকাশ কৰা হব, আৰু সকলো মৰ্ত্ত্যই একে সময়তে তাক দেখিব; কিয়নো যিহোৱাই নিজ মুখেৰে ইয়াকে কলে। [৬] শুনা, এজনে কৈছে, প্ৰচাৰ কৰা; আৰু আন এজনে কৈছে, ময় কি প্ৰচাৰ কৰিম? সকলো মৰ্ত্ত্যেই তৃণৰ নিচিনা, আৰু তাৰ সকলো কান্তি পথাৰৰ ফুলৰ নিচিনা; [৭] তৃণ শুকাই যায়, ফুল জঁয় পড়ে, কাৰণ তাৰ ওপৰত যিহোৱাৰ প্ৰশ্বাসবায়ু বলায়; লোকবিলাক নিশ্চয়ে তৃণৰ সদৃশ। [৮] তৃণ শুকাই যায়, ফুল জঁয় পড়ে; কিন্তু আমাৰ ঈশ্বৰৰ বাক্য অনন্ত কাললৈকে থাকে।

[৯] হে চিয়োনৰ আগত শুভবাৰ্ত্তা প্ৰচাৰ কৰোঁতা লোক, ওখ পৰ্ব্বতলৈ উঠি যোৱা; হে যিৰূচালেমৰ আগত শুভবাৰ্ত্তা প্ৰচাৰ কৰোঁতা লোক, জোৰেৰে ৰিঙিওৱা, বড়কৈ মাতা, ভয় নকৰিবা; যিহূদাৰ নগৰবোৰক কোৱা, দেখা, সোৱা তোমালোকৰ ঈশ্বৰ। [১০] দেখা, প্ৰভু যিহোৱা বীৰস্বৰূপে আহিছে, আৰু তেওঁ নিজ বাহুবলেৰে শাসন কৰিব; দেখা, তেওঁৰ লগত তেওঁৰ বেচ আছে আৰু তেওঁৰ আগত তেওঁৰ পুৰস্কাৰ আছে। [১১] তেওঁ মেৰ-ৰখীয়াৰ নিচিনাকৈ আপোনাৰ জাকক চৰাব, পোৱালিবোৰক আপোন বাহুৰে গোটাই বুকুত লৈ যাব, আৰু পোৱাঁতীবোৰক ধীৰে ধীৰে চলাব।

যিহোৱাৰ মহিমা আৰু তেওঁৰ অতুল্যতা।

[১২] কোনে আপোন হাতৰ তলুৱাত জলৰাশি পৰিমাণ কৰিছিল? আৰু কোনে হাতৰ বেগেতৰ দ্বাৰায় আকাশ-মণ্ডলক জুখিছিল? কোনে পৃথিবীৰ সমুদায় ধূলি দোনত ভৰাই জুখিছিল? কোনে পৰ্ব্বতবোৰক পাল্লাত আৰু গিৰিবোৰক তুলাচনিত জুখিছিল? [১৩] কোনে যিহোৱাৰ আত্মাৰ তত্ব নিৰূপণ কৰিছিল? বা কোনে তেওঁৰ মন্ত্ৰী হৈ তেওঁক শিক্ষা দিছিল? [১৪] তেওঁ কাৰে সৈতে মন্ত্ৰণা কৰিছিল? কোনে তেওঁক বুজাইছিল, আৰু তেওঁক বিচাৰ-পথৰ বিষয়ে শিক্ষা দিছিল? আৰু কোনে তেওঁক জ্ঞানৰ শিক্ষা দিছিল, আৰু তেওঁক বিবেচনাৰ পথ দেখুৱাইছিল? [১৫] দেখা, জাতিবিলাক কলহৰ গাত লাগি থকা পানীৰ টোপাস্বৰূপ, আৰু তুলাচনিত লাগি থকা ধূলিৰ কণিকাৰ নিচিনা গণিত হয়; দেখা, তেওঁ অতি ক্ষুদ্ৰ বস্তুৰ নিচিনাকৈ দ্বীপবোৰক তোলে। [১৬] জুই দিবৰ নিমিত্তে লিবানোন, আৰু হোম-বলিৰ নিমিত্তে তাৰ জন্তুবোৰ নোজোৰে। [১৭] তেওঁৰ দৃষ্টিত সকলো জাতিবিলাক একো নোহোৱাৰ নিচিনা; তেওঁৰ আগত সিহঁত শূন্যতকৈ ক্ষুদ্ৰ আৰু অসাৰ বুলি গণিত হয়। [১৮] তেন্তে তোমালোকে কাৰে সৈতে ঈশ্বৰক তুলনা কৰিবা? বা তেওঁৰ লগত কি মূৰ্ত্তিৰ উপমা দিবা? [১৯] কটা-মূৰ্ত্তি হলে কৰ্ম্মকাৰে সাঁচত ঢালে, সোণাৰীয়ে তাৰ ওপৰত সোণৰ পতা মাৰে, আৰু তাৰ নিমিত্তে সাঁচত ঢালি ৰূপৰ শিকলি যুগুত কৰে। [২০] দুঃখীয়া হোৱাৰ কাৰণে যি মানুহে এনে উপহাৰ দিবলৈ অসমৰ্থ হয়, সি নপচা কাঠ বাচি লৈ লৰচৰ কৰিব নোৱৰা প্ৰতিমা আপোনাৰ নিমিত্তে যুগুত কৰিবলৈ নিপুণ শিল্পকৰ বিচাৰে। [২১] তোমালোকে জানিব নোখোজা নে? তোমালোকে শুনিব নোখোজা নে? আদিৰে পৰা তোমালোকক সম্বাদ দিয়া নাই নে? পৃথিবীৰ মূল স্থাপন কৰাৰে পৰা তোমালোকে বুজা নাই নে? [২২] যি জনা ভূমণ্ডলৰ ওপৰত বহি আছে, যি জনাৰ আগত তাৰ নিবাসীবিলাক ফৰিংস্বৰূপ, যি জনাই চন্দ্ৰতাপৰ নিচিনাকৈ আকাশ-মণ্ডল বিস্তাৰ কৰে, আৰু বসতি কৰা তাম্বুৰ নিচিনাকৈ তাক তৰে, যি জনাই অধিপতিবিলাকক লুপ্ত কৰে, সেই জনাই তেওঁ। [২৩] তেওঁ পৃথিবীৰ বিচাৰকৰ্ত্তাবিলাকক অসাৰস্বৰূপ কৰে; [২৪] সিহঁত ৰোৱা কি বোৱাও নহয়, এনে কি, সিহঁতৰ মুঢ়ায়ো মাটিত শিপা মেলা নাই, এনে সময়ত তেওঁ সিহঁতৰ ওপৰত ফুঁ দিয়ামাত্ৰকেই সিহঁত শুকাই যায়, আৰু সিহঁতক বামাৰলি বতাহে নৰাৰ নিচিনাকৈ উড়ুৱাই নিয়ে। [২৫] পবিত্ৰ জনাই কৈছে, তেন্তে তোমালোকে মোক কাৰে সৈতে উপমা দিলে মই তাৰ সদৃশ হম? [২৬] তোমাৰ চকু ওপৰলৈ তুলি দৃষ্টি কৰা, কোনে সেইবোৰ সৃষ্টি কৰিলে? যি জনাই সংখ্যা অনুসাৰে সেইবোৰৰ বাহিনীবিলাকক উলিয়াই আনে, যি জনাই সেইবোৰক নাম ধৰি ধৰি মাতে, সেই জনাৰ অধিক সমৰ্থ আৰু বহু পৰাক্ৰমৰ কাৰণে সেইবোৰৰ এটাও অনুপস্থিত নেথাকে।

[২৭] মোৰ পথ যিহোৱাৰ পৰা গুপ্ত হৈ আছে, আৰু মোৰ গোচৰলৈ মোৰ ঈশ্বৰে মন কাণ নকৰে, এই বুলি হে যাকোব, তুমি কিয় কৈছা? হে ইস্ৰায়েল, তুমি কিয় এনে কথা বুলিছা? [২৮] তুমি জানো জনা নাই? তুমি জানো শুনা নাই? অনাদি অনন্ত ঈশ্বৰ যিহোৱাই, পৃথিবীৰ সীমাবোৰৰ সৃষ্টিকৰ্ত্তাই ক্লান্ত নহয় আৰু ভাগৰ নেপায়, আৰু তেওঁৰ বুদ্ধি অগম্য। [২৯] তেওঁ ক্লান্ত হোৱা লোকক শক্তি দান কৰে, আৰু বল নোহোৱা লোকক অধিক বল দান কৰে। [৩০] ডেকাবিলাকেও শ্ৰান্ত হৈ ভাগৰ পায়, আৰু যুবাবিলাকে উজুটি খাই একেবাৰে পড়ি যায়। [৩১] কিন্তু যিবিলাকে যিহোৱালৈ অপেক্ষা কৰে, সিবিলাকে নতুন নতুন বল পাব, সিবিলাকে কুৰৰ পক্ষীৰ দৰে ডেউকাৰে ওপৰলৈ উড়িব, সিবিলাকে লৰ মাৰি শ্ৰান্ত নহব, সিবিলাকে গমন কৰি ভাগৰ নেপাব।

কোৰচৰ বিষয়ে কোৱা ভাববাণী।

**৪১** হে দ্বীপবিলাক, মোলৈ মুখ কৰি নিজম দি থাকা, আৰু লোকসমূহে নতুন নতুন বল পাওক; সিহঁত ওচৰ চাপোক, পাছত সিহঁতে কথা কওক; বলা, আমি একেলগে সোধৰ আদালতৰ ওচৰলৈ যাওঁহঁক। [২] কোনে পুব দিশত

এজনক উৎপন্ন করিলে? ধাৰ্ম্মিকতা-সিদ্ধির অৰ্থে তেওঁ সেই জনক আপোনার চরণর ওচরলৈ মাতিছে; তেওঁ সেই জনর আগত জাতিবোরক সোধাই দিছে, আরু তেওঁক রজাবিলাকর ওপরত শাসন করাইছে; তেওঁ সিহঁতক তেওঁর তরোৱালর আগত ধূলির নিচিনা, আরু তেওঁর ধনুর আগত উড়ি যোৱা নরার নিচিনা করিছে। [৩] তেওঁ সিহঁতর পাছে পাছে খেদি গৈছে; তেওঁ বাটত ভরি নিদিয়াকৈ নিরাপদে আগ বাঢ়ি গৈছে। [৪] কোনে সেই কাৰ্য্য করিলে, আরু তাক সিদ্ধও করিলে? যি জনাই আদিরে পরা পুরুষবিলাকক উৎপন্ন করে, তেৱেঁই করিলে; প্রথম যিময়, আরু শেষভীয়াবিলাকর সঙ্গী যি ময় যিহোৱা, ময়েই সেই জনা। [৫] দ্বীপবোরে দেখি ভয় করিলে, পৃথিবীর অন্তবোর কঁপিল; সিহঁত ওচর চাপি আহিল। [৬] সিহঁত প্রতিজনে আপোন আপোন ওচর-চুবুরীয়াক সহায় করিলে, আরু আপোন আপোন ভাইক কলে, সাহ করা। [৭] সেই দরে বাঢ়ৈয়ে সোণারীক, আরু হাঁতুরীয়ে সমান করা জনে নিয়ারিত খুন্দা জনক আশ্বাস দিলে। সি ঝাং লগোৱার বিষয়ে কলে, উত্তম হৈছে; আরু মূৰ্ত্তিটো নলরিবর নিমিত্তে সি গজাল মারি তাক শকত করিলে।

[৮] কিন্তু হে মোর দাস ইস্রায়েল, মোর মনোনীত যাকোব, মোর বন্ধু অব্রাহামর সন্তান, [৯] যাক ময় পৃথিবীর অন্তর পরা হাতেরে ধরি আনি, আরু তার সীমারে পরা মাতি আনি, তুমি মোর দাস, ময় তোমাক মনোনীত করিলোঁ, তোমাক ত্যাগ করা নাই বুলি কলোঁ, [১০] সেই যি তুমি, তুমি ভয় নকরিবা, কিয়নো ময় তোমার লগতে আছোঁ; ব্যাকুল নহবা, কিয়নো ময় তোমারেই ঈশ্বর; ময় তোমাক শক্তি দিম, তোমাক সহায়ো দিম, এনে কি, আপোন ধাৰ্ম্মিকতারূপ সোঁ হাতেরে তোমাক ধরি রাখিম। [১১] দেখা, যিবোর তোমার অহিতে কুপিত হৈছে, সেই সকলোৱে লাজ পাই বিবর্ণ হব; যিবোরে তোমার লগত বিবাদ করে, সিহঁত নোহোৱা যেন হব, আরু বিনষ্ট হব; [১২] যিবোরে তোমার বিরোধ করে, সিহঁতক তুমি বিচারি নেপাবা; যিবোরে তোমার লগত যুদ্ধ করে, সিহঁত শূন্য আরু একো নোহোৱা যেন হব। [১৩] কিয়নো তোমার ঈশ্বর যিহোৱা যি ময়, ময়েই তোমার সোঁ হাতত ধরি কওঁ, ভয় নকরিবা; ময়েই তোমাক সহায় করিম। [১৪] হে পোক যাকোব, হে ইস্রায়েল লোকবিলাক, ভয় নকরিবা; যিহোৱাই কৈছে, ময়েই তোমাক সহায় করিম, আরু ইস্রায়েলর পবিত্র জনাই তোমার মুক্তিদাতা। [১৫] দেখা, ময় তোমাক এক নতুন চোকা দাঁত থকা মরণা মরা যন্ত্রস্বরূপ করিম; তুমি পৰ্ব্বতবোর মরণা মারি গুড়ি করিবা, আরু গিরিবোরক তুঁহর নিচিনা করিবা। [১৬] তুমি সেইবোরক জারিবা, আরু বতাহে সেইবোরক উড়ুৱাই নিব, আরু বামারলি বতাহে সেইবোরক সিঁচরতি করিব; কিন্তু তুমি যিহোৱাত উল্লাস করিবা, তুমি ইস্রায়েলর পবিত্র জনাত গৌরব করিবা। [১৭] দুঃখী আরু দরিদ্রবিলাকে জল বিচারে, কিন্তু জল নাই, সিবিলাকর জিবা পিয়াহতে শুকাই যায়; ময় যিহোৱায়েই সিবিলাকর প্রার্থনার উত্তর দিম, ময় ইস্রায়েলর ঈশ্বরেই সিবিলাকক ত্যাগ নকরিম। [১৮] ময় গছ তৃণ আদি নথকা ওখ ঠাইবোরত নদীবোর, আরু উপত্যকাবোরর মাজত ভুমুকবোর উলিয়াম; ময় মরুভূমিক এক জলাশয় করিম, আরু খরাং মাটীক ভুমুকেরে পরিপূর্ণ করিম। [১৯] ময় অরণ্যত এরচ, বাবল, মেন্দি, আরু বনরীয়া জিতবৃক্ষ রুম; আরু মরুভূমিত দেবদারু, তিধর, তাচুর বৃক্ষ একেলগে রুই থম। [২০] যিহোৱাই আপোন হাতে যে এই কাৰ্য্য করিলে, আরু ইস্রায়েলর পবিত্র জনাই যে তাক সৃষ্টি করিলে, ইয়াক সিবিলাকে যেন দেখি জানি বিবেচনা করি একে সময়তে বুজিব পারে, এনে অভিপ্রায়েরে ময় সেই কাৰ্য্য করিম।

[২১] যিহোৱাই কৈছে, তোমালোকে আপোন আপোন গোচর উপস্থিত করা; যাকোবর রজাই কৈছে, তোমালোকর দৃঢ় প্রমাণ আনা। [২২] সিহঁতে সেইবোর আনোক, আরু আগলৈ কি ঘটিব, তাক আমার আগত প্রকাশ করোক; আগেয়ে হৈ যোৱা কথা কি কি আছিল, তাক তোমালোকে প্রকাশ করা, তেতিয়া আমি বিবেচনা করি সেইবোরর শেষফল জানিব পারিম; বা ভবিষ্যত ঘটনাবোর আমাক দেখুওৱা। [২৩] তোমালোক যে ঈশ্বর, ইয়াক আমি জানিবর

নিমিত্তে, আগলৈ কি ঘটিব, তাক প্ৰকাশ কৰা ; এনে কি, আমি বিস্ময় মানি একেলগে দেখিবৰ নিমিত্তে তোমালোকে মঙ্গল বা অমঙ্গল কৰা। [২৪] দেখা, তোমালোক অকামিলা আৰু তোমালোকৰ কাৰ্য্য অসাৰ, আৰু তোমালোকক মনোনীত কৰা জন ঘৃণনীয়।

[২৫] মই উত্তৰ দিশত এজনক উৎপন্ন কৰিলোঁ, তেওঁ আহিছে ; মোৰ নাম লওঁতা জনক সূৰ্য্য উদয় হোৱা ফালে মই উৎপন্ন কৰিলোঁ ; বোকা খচকাৰ দৰে, আৰু কুমাৰে মাটি খচাৰ দৰে তেওঁ অধিপতিবিলাকক খচকিব। [২৬] আমি জানিবৰ নিমিত্তে কোনে ইয়াক আদিৰে পৰা প্ৰকাশ কৰিলে ? আৰু সঁচা বুলি আমি কবলৈ, কোনে ইয়াক আগৈয়ে প্ৰকাশ কৰিলে ? প্ৰকাশ কৰোঁতা কোনোৱেই নাছিল, এনে কি, দেখুৱাই দিওঁতা কোনোৱেই নাছিল, তোমালোকৰ কথা শুনোতাও কোনো নাছিল। [২৭] ময়েই প্ৰথমে চিয়োনক কম, দেখা, ইবিলাকক দেখা ; আৰু ময়েই যিৰূচালেমক শুভবাৰ্ত্তা-প্ৰচাৰক এজন দিম। [২৮] মই চাইছোঁ, কিন্তু কোনোৱেই নাই ; মই সিহঁতক সুধিলে উত্তৰ দিব পৰা মন্ত্ৰী সিহঁতৰ ভিতৰত কোনোৱেই নাই। [২৯] দেখা, সিহঁত সকলোৱে কাৰ্য্য অসাৰ আৰু ব্যৰ্থ ; সিহঁতৰ সাঁচত ঢলা মূৰ্ত্তিবোৰ ভাপ আৰু শূন্য মাথোন।

যিহোৱাৰ দাস। যিহোৱাৰ মুক্তিৰ কাৰ্য্য।
ইস্ৰায়েলৰ বৰ্ত্তমান দুৰৱস্থা।

**৪২** সৌৱা দেখা, মোৰ দাস, মই তেওঁক ধৰি ৰাখিছোঁ ; দেখা, মোৰ মনোনীত লোক, মোৰ অন্তৰত তেওঁত সন্তোষ পাইছোঁ ; মই তেওঁৰ ওপৰত মোৰ আত্মা স্থিতি কৰিলোঁ ; তেওঁ জাতিবিলাকৰ মাজত ন্যায় বিচাৰ প্ৰচলিত কৰিব। [২] তেওঁ এৰাও নকৰিব, বৰ মাতেৰে কথা নকব, আৰু বাহিৰলৈ আপোনাৰ মাত শুনাব। [৩] তেওঁ থেঁতেলা নল নেভাঙ্গিব, আৰু ধোঁৱাই থকা শলিতাও নুনুমাব ; কিন্তু তেওঁ সত্যভাৱে ন্যায় বিচাৰ প্ৰচলিত কৰিব। [৪] তেওঁ পৃথিৱীত ন্যায় বিচাৰ স্থাপন নকৰেমানলৈকে দুৰ্ব্বল কি নিৰুৎসাহ নহব ; আৰু দ্বীপবোৰে তেওঁৰ ব্যৱস্থালৈ বাট চাই থাকিব। [৫] যি জনাই আকাশ-মণ্ডল সৃষ্টি কৰিলে, আৰু চন্দ্ৰতাপৰ দৰে তাক তৰিলে, যি জনাই পৃথিৱী আৰু তাত উৎপন্ন হোৱা সকলোকে দলিচা পৰাৰ দৰে পাৰিলে, যি জনাই তাৰ ওপৰত থকা লোকবিলাকক নিশ্বাস-প্ৰশ্বাস দিয়ে, আৰু তাত ফুৰাবিলাকক প্ৰাণ দান কৰে, [৬] সেই ঈশ্বৰ যিহোৱাই কৈছে, অন্ধ চকু মুকলি কৰিবলৈ, বন্দীশালৰ পৰা বন্দীয়াৰবিলাকক, কাৰাগাৰৰ পৰা আন্ধাৰত বহি থকাবিলাকক বাহিৰ কৰি আনিবলৈ, যিহোৱা যি মই, ময়েই ধাৰ্ম্মিকতা-সিদ্ধিৰ অৰ্থে তোমাক মাতিলোঁ ; [৭] মই তোমাৰ হাতত ধৰি তোমাক ৰাখিম, আৰু লোকবিলাকৰ নিয়ম-স্থাপকস্বৰূপে, জাতিবিলাকৰ দীপ্তিস্বৰূপে তোমাক নিযুক্ত কৰিম। [৮] মই যিহোৱা, এয়েই মোৰ নাম ; মই মোৰ গৌৰৱ অন্যক, বা মোৰ প্ৰশংসা কটা-মূৰ্ত্তিবোৰক নিদিওঁ। [৯] দেখা, আগৰ কথা ফলিয়ালে, আৰু নতুন কথা মই প্ৰকাশ কৰোঁ ; সেইবোৰ নৌ ঘটোঁতেই মই আগৈয়ে সেইবোৰৰ বিষয়ে তোমালোকক কওঁ।

[১০] হে সমুদ্ৰগামীবিলাক আৰু তাত থকা সকলোবিলাক, হে দ্বীপবিলাক আৰু তাৰ নিবাসিবিলাক, তোমালোকে যিহোৱাৰ উদ্দেশে নতুন গীত গোৱা, আৰু পৃথিৱীৰ সীমাৰ পৰা তেওঁৰ প্ৰশংসাৰ গান কৰা। [১১] অৰণ্য আৰু তাৰ নগৰবোৰে, কেদৰে বসতি কৰা গাওঁবোৰে উচ্চধ্বনি কৰোক ; চেলা-নিবাসীবিলাকে গান কৰোক, পৰ্ব্বতৰ টিঙৰ পৰা জয়ধ্বনি কৰোক। [১২] সিবিলাকে যিহোৱাৰ গৌৰৱ স্বীকাৰ কৰোক, আৰু দ্বীপবোৰৰ মাজত তেওঁৰ প্ৰশংসা কীৰ্ত্তন কৰোক। [১৩] যিহোৱা বীৰৰ নিচিনাকৈ ওলাই আহিব ; তেওঁ যুদ্ধাৰুৰ দৰে আপোনাৰ উৎসাহ বঢ়াব ; তেওঁ জয়ধ্বনি কৰিব, এনে কি, মহাধ্বনি কৰিব ; তেওঁ আপোন শত্ৰুবোৰৰ বিৰুদ্ধে বীৰ-কাৰ্য্য কৰিব। [১৪] মই মনে মনে থাকিম, মই মুখ বন্ধ কৰিম, এই বুলি মই বহুকাল নিজম দি থাকিলোঁ ; কিন্তু এতিয়া মই প্ৰসৱকাৰিণী তিৰুতাৰ দৰে চিঁয়ৰিম, একেবাৰে নেথাম, আৰু ঘনকৈ উশাহ লম। [১৫] মই পৰ্ব্বত আৰু গিৰিবোৰ ধ্বংস কৰিম, আৰু সেইবোৰৰ ওপৰত থকা সকলো তৃণ শুকুৱাম, আৰু নৈবোৰ

চট পেলাম, আৰু জলাশয়বোৰ শুকুৱাম। ১৬ আৰু অন্ধবিলাকক সিবিলাকে নজনা বাটেদি নিম, সিবিলাকে নজনা পথেদি সিবিলাকক লৈ যাম; ময় সিবিলাকৰ আগত আন্ধাৰক পোহৰ কৰিম, আৰু বেঁকাবেঁকি ঠাই পোন কৰিম। এইবোৰ কাৰ্য্য ময় সিদ্ধ কৰিম; সমাপ্ত নকৰাকৈ নেৰিম। ১৭ যিবোৰে কটা-প্ৰতিমাবোৰত বিশ্বাস কৰে, আৰু যিবোৰে সাঁচত ঢলা মূৰ্ত্তিবোৰক কয়, তোমালোক আমাৰ ঈশ্বৰ, সেই আটাইবোৰ বিমুখ হৈ নিচেইকৈ লাজ পাব।

১৮ হে কলাবিলাক, শুনা; হে অন্ধবিলাক, দেখিবৰ নিমিত্তে চকু মেলা। ১৯ মোৰ দাসত বাজে অন্ধ কোন? আৰু ময় পঠোৱা দূতৰ নিচিনা বা কলা কোন? মোৰে সৈতে শান্তিৰে থকা লোকৰ নিচিনা অন্ধ কোন? যিহোৱাৰ দাসৰ নিচিনা অন্ধ কোন? ২০ তুমি অনেক বিষয় দেখিছা, কিন্তু মন নকৰা; তাৰ কাণ মুকলি আছে, কিন্তু সি নুশুনে। ২১ যিহোৱাই আপোন ধাৰ্ম্মিকতালৈ চাই, ব্যৱস্থাক মহৎ আৰু আদৰণীয় কৰিবলৈ সন্তুষ্ট হল। ২২ কিন্তু যাৰ ধনসম্পত্তি ডকা দি আৰু লুট কৰি নিয়া হল, সিবিলাক এনে জাতি; সিবিলাক সকলোৱেই গাঁতত ধৰা পড়িল, আৰু সিবিলাকক বন্দীশালত লুকুৱাই ৰখা হল; সিবিলাকক চিকাৰ কৰা হল, কিন্তু কোনেও উদ্ধাৰ নকৰে; আৰু লুট কৰা হল, কিন্তু কোনেও ওভোটাই দিয়া বুলি নকয়। ২৩ তোমালোকৰ মাজত কোনে ইয়ালৈ কাণ দিব? আৰু কোনে শুনি ভবিষ্যত কালৰ নিমিত্তে কাণৰ ভিতৰত ঠাই দিব? ২৪ কোনে যাকোবক লুটস্বৰূপে দিলে? কোনে ইস্ৰায়েলক ডকাইতৰ হাতত সমৰ্পণ কৰিলে? যি জনাৰ বিৰুদ্ধে আমি পাপ কৰিলোঁ, যি জনাৰ পথত লোকবিলাকে গমন কৰিবলৈ অমান্তি হল, আৰু যি জনাৰ ব্যৱস্থালৈ সিবিলাকে কাণ নিদিলে, সেই যিহোৱায়েই নহয় নে? ২৫ সেই নিমিত্তে তেওঁ তাৰ ওপৰত আপোন ক্ৰোধাগ্নি আৰু যুদ্ধৰ প্ৰচণ্ডতা বৰষালে: তাতে সেয়ে তাৰ চাৰিওফালে জ্বলি উঠিল, তথাপি সি গম নেপালে; আৰু সেয়ে তাক পুৰিলে, তথাপি সি মনোযোগ নকৰিলে।

### যিহোৱাই ইস্ৰায়েলক দিয়া সান্ত্বনাদায়ক প্ৰতিজ্ঞা।

**৪৩** কিন্তু হে যাকোব, তোমাৰ সৃষ্টিকৰ্ত্তা যিহোৱাই, আৰু হে ইস্ৰায়েল, তোমাৰ নিৰ্ম্মাণকৰ্ত্তাই এই ৰূপে কৈছে, ভয় নকৰিবা, কিয়নো ময় তোমাক মুক্ত কৰিলোঁ: ময় তোমাৰ নাম ধৰি তোমাক মাতিলোঁ, তুমি মোৰেই। ২ তুমি জলসমূহৰ মাজেদি গমন কৰিলে ময় তোমাৰ লগত থাকিম, আৰু তুমি নদীবোৰৰ মাজেদি গলে সেইবোৰে তোমাক তল নিনিয়াব; আৰু জুইৰ মাজেদি চলিলে তুমি দগ্ধ নহবা, তাৰ শিখাই তোমাক নুপুৰিব। ৩ কিয়নো ময় তোমাৰ ঈশ্বৰ যিহোৱা, ইস্ৰায়েলৰ পবিত্ৰ জনা, তোমাৰ ত্ৰাণকৰ্ত্তা; ময় তোমাৰ মুক্তিৰ মূল্যস্বৰূপে মিচৰ, আৰু তোমাৰ সলনি কূচ আৰু চবা দিলোঁ। ৪ তুমি মোৰ দৃষ্টিত বহুমূল্য আৰু আদৰণীয়, আৰু ময় তোমাক প্ৰেম কৰিলোঁ; এই নিমিত্তে ময় তোমাৰ সলনি মানুহবোৰক, আৰু তোমাৰ প্ৰাণৰ সলনি লোকসমূহক দিম। ৫ ভয় নকৰিবা, কিয়নো ময় তোমাৰ সঙ্গত আছোঁ; ময় পূব দিশৰ পৰা তোমাৰ বংশক আনিম, আৰু পশ্চিম দিশৰ পৰা তোমাক গোটাম। ৬ ময় উত্তৰ দিশক কম, এৰি দিয়া, আৰু দক্ষিণ দিশক কম, নেৰাখিবা; মোৰ পোঁহতক দূৰৰ পৰা, আৰু মোৰ জীঁহতক পৃথিবীৰ সীমাৰ পৰা আনি দিয়া; ৭ মোৰ নামেৰে প্ৰখ্যাত হোৱা, আৰু মোৰ গৌৰৱৰ অৰ্থে ময় সৃষ্টি কৰা প্ৰতিজনক আনি দিয়া; ময় তাক গঠন কৰিলোঁ, ময় তাক নিৰ্ম্মাণ কৰিলোঁ। ৮ তোমালোকে চকু থকা অন্ধ লোকক, আৰু কাণ থকা কলা লোকক উলিয়াই আনা। ৯ সকলো জাতিবিলাক গোট খাওক, আৰু লোকসমূহ একত্ৰ হওক; সিহঁতৰ মাজৰ কোনে ইয়াক প্ৰকাশ কৰিব পাৰে? আৰু আগৰ কালৰ কথা কোনে আমাক শুনাব পাৰে? সিহঁতে আপোন আপোন কথা প্ৰমাণ কৰিবলৈ আপোন আপোন সাক্ষী আনোক; নতুবা সিহঁতে শুনি সেয়ে সঁচা বুলি কওক। ১০ যিহোৱাই কৈছে, তোমালোকে জ্ঞান পাই মোত বিশ্বাস কৰিবলৈ, আৰু ময়েই যে তেওঁ, ইয়াক বুজিবলৈ তোমা-

লোকেই মোৰ সাক্ষী আৰু মনোনীত দাস। মোৰ পূৰ্ব্বে কোনো ঈশ্বৰ নিৰ্ম্মিত হোৱা নাই, আৰু মোৰ পাছেও কোনো নহব। [১১]ময়, ময়েই যিহোৱা, মোৰ বাহিৰে কোনো ত্ৰাণকৰ্ত্তা নাই। [১২]ময়েই প্ৰচাৰ কৰিলোঁ, ময়েই পৰিত্ৰাণ কৰিলোঁ, আৰু ময়েই ঘোষণা কৰিলোঁ; কোনো ইতৰ দেৱতা তোমালোকৰ মাজত নাছিল; এই হেতুকে, যিহোৱাই কৈছে, তোমালোকেই মোৰ সাক্ষী, আৰু ময়েই ঈশ্বৰ; [১৩]এনে কি, আদিৰে পৰা ময়েই তেওঁ, মোৰ হাতৰ পৰা উদ্ধাৰ কৰোঁতা কোনো নাই; ময় কাৰ্য্য কৰিম, কোনে তাক অন্যথা কৰিব পাৰে?

[১৪]তোমালোকৰ মুক্তিদাতা ইস্ৰায়েলৰ পবিত্ৰ জনা যিহোৱাই এই কথা কৈছে, ময় তোমালোকৰ নিমিত্তে বাবিললৈ লোক পঠালোঁ; আৰু ময় সিঁহতৰ সকলোকে পলৰীয়া অৱস্থাত পেলাই নিয়াম, ময় কল্‌দীয়াহঁতকেই সিঁহতৰ আনন্দ কৰা জাহাজত নিয়াম। [১৫]ময় যিহোৱা, তোমালোকৰ পবিত্ৰ জনা, ইস্ৰায়েলৰ সৃষ্টিকৰ্ত্তা, তোমালোকৰ ৰজা। [১৬]যি জনাই সমুদ্ৰৰ মাজেদি বাট, মহাজলৰাশিৰ মাজেদি পথ যুগুত কৰে, [১৭]যি জনাই ৰথ আৰু ঘোঁৰা, সৈন্যসামন্ত আৰু বীৰবিলাকক বাহিৰ কৰি আনে, (সিঁহত একেলগে শয়ন কৰি নুঠে, আৰু সিঁহত লুপ্ত হয়, শলিতাৰ দৰে নুমাই যায়) সেই জনা যিহোৱাই এই কথা কৈছে, [১৮]তোমালোকে পূৰ্ব্বকালৰ কথা সোঁৱৰণ নকৰিবা, আৰু পুৰণী কথাবোৰলৈ বিবেচনা নকৰিবা। [১৯]দেখা, ময় এক নতুন কাৰ্য্য কৰিম; সেয়ে এতিয়াই ঘটিব; তোমালোকে জানো তাক নেজানিবা? ময় অৰণ্যৰ মাজত পথ, আৰু মৰুভূমিত নদীবোৰ উৎপন্ন কৰিম। [২০]বনৰীয়া জন্তুবোৰে, শিয়াল আৰু উট পক্ষীবোৰে মোক সন্মান কৰিব; [২১]কাৰণ, যি জাতিক মোৰ প্ৰশংসা কীৰ্ত্তন কৰিবৰ অৰ্থে মোৰ নিজৰ নিমিত্তে নিৰ্ম্মাণ কৰিলোঁ, মোৰ সেই প্ৰজাক, মোৰ সেই মনোনীত লোকক খাবলৈ পানী দিবৰ অৰ্থে, ময় অৰণ্যত জল, আৰু মৰুভূমিত নৈবোৰ উৎপন্ন কৰোঁ। [২২]তথাপি হে যাকোব, তুমি মোক হলে, আহ্বান কৰা নাই; কিন্তু হে ইস্ৰায়েল, তুমি মোৰ পৰা আমনি পাইছা। [২৩]তুমি মোৰ ওচৰলৈ হোমৰ অৰ্থে মেৰ কি ছাগ অনা নাই, আৰু তুমি বলিদানৰ দ্বাৰায় মোক সমাদৰ কৰা নাই। নৈবেদ্যেৰে কৰা দাস্যকৰ্ম্ম ময় তোমাক কৰোৱা নাই, নাইবা ধূপ লগোৱাই তোমাক ক্লান্ত কৰা নাই। [২৪]তুমি ৰূপ দি মোৰ নিমিত্তে সুগন্ধি বচ কিনা নাই, নাইবা তুমি তোমাৰ বলিৰ তেলেৰে মোক তৃপ্ত কৰোৱা নাই; কিন্তু তোমাৰ পাপবোৰৰ দ্বাৰায় মোক ভাৰগ্ৰস্ত কৰিলা, আৰু তোমাৰ অপৰাধবোৰেৰে মোক ক্লান্ত কৰিলা। [২৫]ময়, ময়েই মোৰ নিজৰ নিমিত্তে তোমাৰ অধৰ্ম্মবোৰ মোচন কৰোঁ; আৰু তোমাৰ পাপবোৰ মনত নেৰাখিম; [২৬]মোক সোঁৱৰাই দিয়া; আহাঁ, আমি একেলগে উত্তৰ-প্ৰত্যুত্তৰ কৰোঁ; তুমি নিৰ্দ্দোষী হবৰ নিমিত্তে প্ৰমাণ দিয়া। [২৭]তোমাৰ আদিপিতৃ জনে পাপ কৰিলে, আৰু তোমাৰ মধ্যস্থবিলাকে মোৰ অহিতে অধৰ্ম্ম-আচৰণ কৰিলে। [২৮]এই হেতুকে ময় পবিত্ৰীকৃত অধ্যক্ষবিলাকক অপবিত্ৰ কৰিম, যাকোবক শাওৰ আৰু ইস্ৰায়েলক নিন্দাৰ বিষয় কৰিম।

**৪৪** তথাপি হে মোৰ দাস যাকোব, হে মোৰ মনোনীত ইস্ৰায়েল, এতিয়া শুনা। [২]যি জনাই তোমাক নিৰ্ম্মাণ কৰিলে, আৰু তোমাৰ গৰ্ভত গঠন কৰিলে, যি জনাই তোমাক উপকাৰ কৰিব, সেই যিহোৱাই এই কথা কৈছে, হে মোৰ দাস যাকোব, হে মোৰ মনোনীত যিচূৰূণ, ভয় নকৰিবা। [৩]কিয়নো ময় তৃষ্ণাতুৰ লোকৰ ওপৰত জল ঢালিম, আৰু খৰাং ঠাইৰ ওপৰত নদী বোৱাম; ময় তোমাৰ সন্তানৰ ওপৰত আপোন আত্মা, তোমাৰ বংশৰ ওপৰত আপোন আশীৰ্ব্বাদ বাকি দিম। [৪]তাতে বোৱতী পানীৰ দাঁতিত বাইচি বৃক্ষ বঢ়াৰ নিচিনাকৈ তৃণৰ মাজত সিবিলাক গজি বাঢ়িব। [৫]এজনে কব, ময় যিহোৱাৰেই, আন জনে নিজকে যাকোব বুলি কব, আৰু আন এজনে ময় যিহোৱাৰ নিজৰ লোক বুলি নিজৰ হাতত নিজে ছাব মাৰিব, আৰু ইস্ৰায়েল নাম উপাধিস্বৰূপে লব।

### যিহোৱাৰ ঈশ্বৰত্ব। মূৰ্ত্তি-পূজাৰ অনৰ্থকতা।

[৬]ইস্ৰায়েলৰ ৰজা যিহোৱাই, তাৰ মুক্তিকৰ্ত্তা বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে,

মরেই আদি, আরু মরেই অন্ত; মোর বাহিরে কোনো ঈশ্বর নাই। ৭ মর আদি কালর লোকবিলাকক স্থাপন করারে পরা মর প্রচার করি বুজাই বর্ণনা করার দরে, কোনে মোর নিমিত্তে বর্ণনা করিব পারে? হব লগীয়া আরু ভবিষ্যত কথা কোনে প্রকাশ করিব পারে? ৮ তোমালোকে নকঁপিবা, আরু ভয় নকরিবা; মর জানো পূর্ব্বরে পরা তোমালোকক তাক শুনুউৱা আরু দেখুউৱা নাই? তোমালোকেই মোর সাক্ষী। মোর বাহিরে জানো আরু কোনো ঈশ্বর আছে? আন শিলা নাই; থকা মর নেজানো। ৯ কটা-মূর্ত্তি সাজোঁতাবোর সকলোৱেই অসার; সিহঁতর রত্নস্বরূপ পুতলাবোর অনুপকারী; সিহঁতে লাজ পাবর নিমিত্তে সিহঁতর নিজর সাক্ষীবোরে একো নেদেখে, আরু একো নুবুজে। ১০ কোনে দেৱতা নির্ম্মাণ করিলে, বা একো উপকার করিব নোৱরা মূর্ত্তি সাঁচত ঢালিলে? ১১ দেখা, তাত আসক্ত সকলোৱে লাজ পাব, আরু শিল্পকারীবোর মানুহ মাথোন; সিহঁত আটাইবোরে গোট খাওক, থিয় হওক; সিহঁত কঁপিব, সিহঁতে একেলগে লাজ পাব। ১২ কমারে লোহার অস্ত্র নির্ম্মাণ করে; সি তাক আঙঠাত তাও দি হাঁতুরীরে গঢ়ে, আরু আপোনার বলবান হাতেরে তাক বনায়; এনে কি, সি ভোকত দুর্ব্বল হয়, আরু পানী খাবলৈ নেপাই ক্লান্ত হয়। ১৩ বাঢ়ৈয়ে সূতা পারে; সি রঙা মাটিরে আঁকে, আরু বটালিরে তার আকৃতি উলিয়ায়; সি কম্পাচ দি তার আকার নিরূপণ করে, আরু ঘরত বাস করিবলৈ মানুহর সৌন্দর্য্য অনুসারে মানুহর আকৃতিরে তাক নির্ম্মাণ করে। ১৪ কোনোৱে আপোনার নিমিত্তে এরচ গছ কাটিবলৈ মন করে; সি তির্জ্জা আরু অল্লোন গছ লয়; সি কাঠনির গছবোরর মাজর কোনো গছ আপডাল করি নিজর নিমিত্তে বঢ়ায়, বা দেব্দারু গছ রোৱে, আরু বরষুণে তাক ডাঙর করে। ১৫ পাছে সেয়ে মানুহে পোরা খরি হয়, আরু সি তার কেতৃখিনি লৈ নিজে জুই পুৱায়; এনে কি, সি তারে জুই জ্বলাই পিঠা তাও দিয়ে; আকৌ সি তারে এটা দেৱতা নির্ম্মাণ করি তার আগত সেৱা করে, আরু সি তারে এটা মূর্ত্তি সাজি তার আগত প্রণিপাত করে। ১৬ সি তার এভাগ জুইত পোরে, আরু এভাগেরে মঙহ সিজাই ভোজন করে, মঙহ খরিকাত দি খাই তৃপ্ত হয়; এনে কি, সি তারে জুই পুৱাই কয়, আয়ো দেহি, বড় উম লাগিছে? ১৭ খুব ভাল তাপ পাইছোঁ! পাছে সি তার অবশিষ্ট ভাগেরে এক দেৱতা, নিজর এক মূর্ত্তি সাজি তার আগত প্রণিপাত করে, আরু তাক সেৱা করে, আরু তার আগত প্রার্থনা করি কয়, মোক উদ্ধার করা; কিয়নো তুমি মোর দেৱতা। ১৮ সিহঁতে একোকে নেজানে, আরু নুবুজে; কারণ সিহঁতে দেখিব নোৱরাকৈ সিহঁতর চকু, আরু সিহঁতে বিবেচনা করিব নোৱরাকৈ সিহঁতর হৃদয় তেওঁ লেও দি বন্ধ করিলে। ১৯ মর তার এডোখর জুইত পুরিলোঁ, এনে কি, তার আঙঠাত পিঠা তাও দিলোঁ, আরু মঙহ খরিকাত দি খালোঁ; পাছে তার অবশিষ্ট ভাগেরে মর এটা ঘিণলগীয়া মূর্ত্তি সাজিম নে! আরু কাঠডোখরর আগত নো মর প্রণিপাত করিম নে? এই বুলি কবলৈ সিহঁতর কোনেও মন নকরে, কারো জ্ঞান, কি বুজিবর শক্তি নাই। ২০ সি ভস্ম ভোজন করে; তার মোহিত মনে তাক এনেকৈ ভ্রান্ত করে, যে, সি নিজ প্রাণকে উদ্ধার করিব নোৱারে, আরু মোর সোঁ হাত প্রবঞ্চক বস্তুত ব্যস্ত হৈছে নে? এই বুলি কব নোৱারে।

২১ হে যাকোব, হে ইস্রায়েল, এইবোর সোঁৱরণ করা; কিয়নো তুমি মোর দাস; মর তোমাক নির্ম্মাণ করিলোঁ; তুমি মোরেই দাস; হে ইস্রায়েল, মর তোমাক নেপাহরিম। ২২ মর তোমার অপরাধবোর মেঘর দরে, আরু তোমার পাপবোর ভাপর দরে দূর করিলোঁ; তুমি মোলৈ ঘুরি আঁহা, কিয়নো মর তোমাক মুক্ত করিলোঁ। ২৩ হে আকাশ-মণ্ডল, আনন্দেরে গান করা, কিয়নো যিহোৱাই এই কার্য্য সিদ্ধ করিলে; হে পৃথিবীর অধঃস্থানবিলাক, জয়ধ্বনি করা; হে পর্ব্বতবিলাক, হে কাঠনি আরু তার মাজত থকা সকলো বৃক্ষবিলাক, আনন্দগান করিবলৈ ধরা; কিয়নো যিহোৱাই যাকোবক মুক্ত করিলে, আরু ইস্রায়েলর মাজত আপোনাকে গৌরবান্বিত করিব।

যিহোৱাই কোরচক হাতত কাৰ্য্যভাৰ সমৰ্পণ কৰা ।

[২৪] তোমাৰ মুক্তিদাতা, আৰু তোমাক গৰ্ভত গঠন কৰা যিহোৱাই এই কথা কৈছে, যি জনাই সকলোকে সৃষ্টি কৰে, যি জনাই অকলেই আকাশ-মণ্ডল তৰে, যি জনাই নিজেই পৃথিবী বিস্তাৰ কৰে [২৫] যি জনাই মিছলীয়াইঁতৰ লক্ষণবোৰ ব্যৰ্থ কৰে, আৰু মঙ্গলতীবোৰক বলীয়া কৰে, যি জনাই জ্ঞানীবিলাকক বিমুখ কৰে, আৰু সিবিলাকৰ জ্ঞান অসাৰ্থক কৰে, [২৬] যি জনাই আপোন দাসৰ বাক্য স্থিৰ কৰে, আৰু আপোন দূতৰ মন্ত্ৰণা সিদ্ধ কৰে, যি জনাই যিৰূচালেমৰ বিষয়ে কয়, সেয়ে বসতিৰ ঠাই হব, আৰু যিহুদাৰ নগৰবোৰৰ বিষয়ে কয়, সেইবোৰ পুনৰায় সজা হব, আৰু তাৰ ধ্বংস হোৱা ঠাইবোৰ ময় পুনৰায় স্থাপন কৰিম, [২৭] যি জনাই অগাধ জলক কয়, শুকাই যা, আৰু ময় তোৰ সোঁতবোৰ শুকুৱাম, [২৮] যি জনাই কোরচৰ বিষয়ে কয়, তেওঁ মোৰ মেৰ-ৰখীয়া, আৰু মোৰ বাঞ্ছা সিদ্ধ কৰিব, যি জনাই যিৰূচালেমৰ বিষয়েও কয়, তাক পুনৰায় সজা হব, আৰু মন্দিৰক কয়, তোমাৰ ভিত্তিমূল স্থাপন কৰা হব, সেই যিহোৱা ময়েই ।

**৪৫** যাৰ আগত সকলো জাতিবিলাকক বশীভূত কৰিবলৈ ময় তেওঁৰ সোঁ হাত ধৰিছোঁ, দুৱাৰবোৰ পুনৰায় জাপ নোখোৱাকৈ যাৰ আগত সেই দুৱাৰবোৰ মুকলি কৰিবলৈ ৰজাবিলাকৰ কঁকাল পেলাম, যিহোৱাই সেই আপোন অভিষিক্ত কোরচক এই কথা কৈছে, [২] ময়েই তোমাৰ আগে আগে গৈ খলাবমা সমান কৰিম, পিত্তলৰ দুৱাৰবোৰ ভাঙ্গি ডোখৰ ডোখৰ কৰিম, আৰু লোহাৰ ডাংবোৰ ছেদন কৰিম । [৩] ময় যে তোমাৰ নাম কাঢ়ি মাতোঁতা ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা, তুমি তাক জানিবৰ নিমিত্তে, ময় তোমাক আন্ধাৰত থকা ধন আৰু গুপুত ঠাইত লুকুৱাই থোৱা বহুমূল্য বস্তু তোমাক দিম । [৪] মোৰ দাস যাকোবৰ আৰু মোৰ মনোনীত ইস্ৰায়েলৰ নিমিত্তে ময় তোমাক নাম ধৰি মাতিলোঁ ; যদিও তুমি মোক জনা নাই, তথাপি ময় তোমাক উপাধি দিলোঁ । [৫] ময়েই যিহোৱা, আন কোনো নাই ; মোৰ বাহিৰে কোনো ঈশ্বৰ নাই । [৬] সূৰ্য্য উদয় হোৱা ঠাইৰে পৰা পশ্চিম ফাললৈকে সকলো লোকে যেন মোৰ বাহিৰে কোনো নাই বুলি জানিব পাৰে, এই নিমিত্তে যদিও তুমি মোক জনা নাই, তথাপি ময় তোমাৰ কটিবন্ধন কৰিম ; ময়েই যিহোৱা, আন কোনো নাই । [৭] ময় পোহৰ নিৰ্ম্মাণ কৰোঁ, আৰু অন্ধকাৰ সৃষ্টি কৰোঁ ; ময় শান্তি স্থাপন কৰোঁ, আৰু অমঙ্গল সৃষ্টি কৰোঁ, ময় এই সকলোকে সিদ্ধ কৰোঁতা যিহোৱা ।

[৮] হে গগণ-মণ্ডল, তুমি ওপৰৰ পৰা নিয়মস্বৰূপে ধাৰ্ম্মিকতা বৰ্ষণ কৰা, আৰু মেঘবোৰে ধাৰ্ম্মিকতা বৰষাওক ; পৃথিবী বিদীৰ্ণ হওক, পৰিত্ৰাণ আৰু ধাৰ্ম্মিকতা বাঢ়োক ; পৃথিবীয়ে উভয়কে একেলগে উৎপন্ন কৰোক ; ময় যিহোৱায়েই ইয়াক সৃষ্টি কৰিলোঁ ।

[৯] যি জনে আপোন নিৰ্ম্মাণকৰ্ত্তাৰ লগত বিবাদ কৰে, তাৰ সন্তাপ হব ; সি পৃথিবীৰ খোলাকটিবোৰৰ মাজৰ এডোখৰ খোলাকটি মাথোন ; তুমি কি বনাইছা ? এই বুলি জানো বনাওঁতা জনক মাটিয়ে কব ? বা তাৰ হাত নাই, এই বুলি জানো তোমাৰ সজা বস্তুৱে কব ? [১০] তুমি কি জন্ম দিছা ? এই বুলি যি জনে বাপেকক, তুমি কি প্ৰসৱ কৰিছা ? এই বুলি তিৰুতা মানুহক কয়, তাৰ সন্তাপ হব । [১১] ইস্ৰায়েলৰ পবিত্ৰ জনা আৰু নিৰ্ম্মাণকৰ্ত্তা যিহোৱাই এই কথা কৈছে, তোমালোকে আগলৈ হব লগা ঘটনাৰ বিষয়ে মোক সোধা ; মোৰ সন্তানবিলাকৰ আৰু মোৰ হাতৰ কাৰ্য্যৰ ভাৰ মোক সোধাই দিয়া । [১২] ময়ে পৃথিবী নিৰ্ম্মাণ কৰিলোঁ, আৰু তাৰ ওপৰত মনুষ্য সৃষ্টি কৰিলোঁ ; ময়েই নিজ হাতেৰে আকাশ-মণ্ডল বিস্তাৰ কৰিলোঁ, আৰু তাৰ সকলো বাহিনীবিলাকক ময় আজ্ঞা দিলোঁ । [১৩] বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, ময়েই সেই জনক ধাৰ্ম্মিকতা-সিদ্ধিৰ অৰ্থে উৎপন্ন কৰিলোঁ, আৰু তেওঁৰ সকলো পথ ময় সমান কৰিম ; তেৱেঁই মোৰ নগৰখনি সজাব, আৰু বিনামূল্যে কি বিনা ভেটিয়ে মোৰ দেশান্তৰিত লোকবিলাকক পঠাই দিব ।

[১৪] যিহোৱাই এই ৰূপে কৈছে, মিচৰৰ পৰিশ্ৰমৰ ফল, আৰু কূচ দেশৰ বাণিজ্যদ্ৰব্য, আৰু দীৰ্ঘকায়ী চবায়ীয়া লোক তোমাৰ ওচৰলৈ

আহিব, আৰু সিহঁত তোমাৰেই হব; সিহঁত তোমাৰ পাছত চলোঁতা হব; সিহঁত শিকলিৰে বন্ধ হৈ তোমাৰ ওচৰলৈ আহিব, আৰু তোমাৰ আগত প্ৰণিপাত কৰি এই বুলি প্ৰাৰ্থনা কৰিব, স্বৰূপেই কেৱল তোমাৰ মাজতহে ঈশ্বৰ আছে; আন কোনো নাই, আন কোনো ঈশ্বৰ নাই; [১৫] হে ইস্ৰায়েলৰ ঈশ্বৰ ত্ৰাণকৰ্ত্তা, স্বৰূপেই তুমি আপোনাকে গোপনে ৰাখোঁতা ঈশ্বৰ। [১৬] মূৰ্ত্তি সাজোঁতাবোৰে লাজ পাব, এনে কি, সিহঁত সকলোৱেই বিবৰ্ণ হব; সিহঁত একেবাৰে লাজত পড়ি বিমুখ হৈ যাব। [১৭] কিন্তু ইস্ৰায়েল যিহোবাৰ দ্বাৰায় অনন্তকলীয়া পৰিত্ৰাণেৰে ৰক্ষিত হব; তোমালোক অনন্ত কাললৈকে কেতিয়াও লজ্জিত কি বিবৰ্ণ নহবা।

[১৮] কিয়নো যি জনা ঈশ্বৰ, যি জনা পৃথিবীৰ গঠনকৰ্ত্তা আৰু নিৰ্ম্মাণকৰ্ত্তা, যি জনাই তাক স্থাপন কৰিলে, যি জনাই অনৰ্থকৰূপে সৃষ্টি নকৰি বাসস্থানৰ নিমিত্তেহে তাক নিৰ্ম্মাণ কৰিলে, আকাশ-মণ্ডলৰ সৃষ্টিকৰ্ত্তা সেই যিহোবাই এই কথা কৈছে, ময়েই যিহোবা, আন কোনো নাই। [১৯] ময় গুপুতে অন্ধকাৰময় দেশৰ কোনো ঠাইত কথা কোৱা নাই; তোমালোকে মোক বৃথায় বিচাৰা, এই বুলি ময় যাকোবৰ বংশক কোৱা নাই; ময় যিহোবাই সত্য কথা কওঁ, যথাৰ্থ কথা প্ৰকাশ কৰোঁ। [২০] হে জাতিবোৰৰ ভিতৰৰ ৰক্ষা পোৱা লোকবিলাক, তোমালোকে গোট খাই আহাঁ, একেলগে ওচৰ চাপি আহাঁ; যিবোৰে আপোনাৰ কাঠমাত্ৰ প্ৰতিমা ভাৰ বৈ ফুৰে, আৰু ত্ৰাণ কৰিব নোৱৰা দেৱতাৰ আগত প্ৰাৰ্থনা কৰে, সিহঁতৰ একো জ্ঞান নাই। [২১] তোমালোকে কথা প্ৰকাশ কৰা আৰু কথা উলিওৱা; এনে কি, সিহঁতে একেলগে আলচ কৰোক; আগৰ কালৰ পৰা কোনে এই কথা শুনালে? পূৰ্ব্বকালৰ পৰা কোনে এই কথা প্ৰকাশ কৰিলে? ময় যিহোবাই কৰা নাই নে? মোৰ বাহিৰে আন কোনো ঈশ্বৰ নাই, ময় ন্যায়বান ঈশ্বৰ আৰু ত্ৰাণকৰ্ত্তা; মোৰ বাহিৰে আন কোনো নাই। [২২] হে পৃথিবীৰ অন্তবাসীবিলাক, মোলৈ দৃষ্টি কৰি পৰিত্ৰাণপ্ৰাপ্ত হোৱা; কিয়নো ময়েই ঈশ্বৰ, আন কোনো নাই। [২৩] মোৰ আগত প্ৰত্যেক আঁঠু যে পৰা হব, আৰু প্ৰত্যেক জিবাই যে শপথ কৰিব; ময় আপোন নাম লৈ এনে শপথ কৰিলোঁ; মোৰ মুখৰ পৰা ধৰ্ম্মবাক্য ওলাল, আৰু সেয়ে ঘূলটিব। [২৪] লোকে কব, কেৱল যিহোবাতহে মোৰ ধাৰ্ম্মিকতা আৰু বল আছে; তেওঁৰেই ওচৰলৈ মানুহবিলাক আহিব, আৰু তেওঁৰ অহিতে কুপিত হোৱা সকলোৱে লাজ পাব। [২৫] যিহোবাতেই ইস্ৰায়েলৰ আটাই বংশ ধাৰ্ম্মিক বুলি গণিত হব, আৰু তেওঁত গৌৰৱ কৰিব।

বাবিলৰ দেৱতাবোৰৰ বিনাশ আৰু তাৰ পতন।

**৪৬** বেল দেৱতা নত হল, নবো দোঁ খালে; সিহঁতৰ মূৰ্ত্তিবোৰ জন্তু আৰু পশুবোৰৰ পিঠিত উঠিল। তোমালোকে ইফাল-সিফালকৈ লৈ ফুৰুৱা বস্তুবোৰ ভাগৰুৱা জন্তুৰ নিমিত্তে বোজা আৰু ভাৰ হল। [২] সিহঁত দোঁ খাইছে, একেবাৰে নত হৈছে; সিহঁতে বোজা উদ্ধাৰ কৰিব নোৱাৰে; কিন্তু সিহঁত নিজে বন্দী-অৱস্থালৈ গৈছে।

[৩] গৰ্ভৰ পৰা ময় ভাৰ বৈ নিয়া আৰু মাতৃৰ উদৰৰ পৰা ময় লৈ ফুৰুৱা হে যাকোবৰ বংশ আৰু ইস্ৰায়েলৰ বংশৰ সকলো অৱশিষ্ট ভাগ, মোলৈ কাণ পাতা। [৪] বৃদ্ধ-অৱস্থালৈকে সেই ময়ে, আৰু চুলি পকা কাললৈকে ময়েই তোমালোকক বম; ময়েই নিৰ্ম্মাণ কৰিলোঁ, আৰু ময়েই লৈ যাম; এনে কি, ময়েই বম আৰু উদ্ধাৰ কৰিম। [৫] তোমালোকে মোক কাৰ সদৃশ, আৰু কাৰ সমান বুলিলে, বা কাৰে সৈতে মোৰ উপমা দিলে, আমি পৰস্পৰ সমান হম? [৬] যিবোৰে মোনাৰ পৰা হোৰে হোৰে সোণ দিয়ে আৰু তজুত ৰূপ জোখে, সিহঁতে তাৰ দ্বাৰায় এক দেৱতা নিৰ্ম্মাণ কৰিবলৈ সোণাৰীক বেচ দিয়ে; সিহঁতে প্ৰণিপাত কৰে, এনে কি পূজাও কৰে। [৭] সিহঁতে তাক কান্ধত্‌কৈ লৈ যায়, আৰু আপোন ঠাইত তাক স্থাপন কৰে; তাতে সি থিৰ হৈ থাকে, আপোন ঠাইৰ পৰা লৰচৰ নহয়, এনে কি, কোনোবাই তাৰ আগত চিঞৰিলেও সি উত্তৰ দিব নোৱাৰে, নাইবা সঙ্কটৰ পৰা তাক উদ্ধাৰ কৰিব নোৱাৰে।

[৮] তোমালোকে ইয়াক সোঁৱৰণ কৰা, আৰু

আপোনার পুরুষালি দেখুউৱা, হে অধৰ্ম্ম-আচৰণ কৰোঁতাবিলাক, ইয়াক আকৌ মনত কৰা। [9]আগৰ কালৰ পুৰাতন কথা সোঁৱৰণ কৰা ; কিয়নো ময়েই ঈশ্বৰ, আন কোনো নাই ; ময়েই ঈশ্বৰ, মোৰ তুল্য কোনো নাই। [10]মোৰ কল্পনা থিৰে থাকিব, আৰু মোৰ সকলো বাঞ্ছা সিদ্ধ কৰিম, এই বুলি, শেষত ঘটিব লগীয়া কথা আদিৰে পৰা, আৰু এতিয়াও যি সিদ্ধ হোৱা নাই, সেইবোৰ পুৰণী কালৰ পৰা প্ৰকাশ কৰি আহিছোঁ। [11]ময় পুব দিশৰ পৰা এক হিংসক চৰাইক, দূৰ দেশৰ পৰা মোৰ মন্ত্ৰণাসাধক পুৰুষক মাতিম ; এনে কি, ময় কলোঁ, ময় তাক সিদ্ধও কৰিম ; ময় মন কৰিলোঁ, ময় তাৰ দৰে কাৰ্য্যও কৰিম। [12]হে ধাৰ্ম্মিকতাৰ পৰা দূৰে থকা একগুঁৱাবিলাক, মোলৈ কাণ পাতা। [13]ময় নিজৰ ধাৰ্ম্মিকতা ওচৰলৈ আনিছোঁ ; সেয়ে দূৰত নেথাকিব, আৰু মোৰ পৰিত্ৰাণৰ পলম নহব ; এনে কি, ময় মোৰ শোভাস্বৰূপ ইস্ৰায়েলৰ নিমিত্তে চিয়োনত পৰিত্ৰাণ স্থাপন কৰিম।

**৪৭** হে কুমাৰী বাবিল-জীয়াৰী, তুমি নামি আহি ধূলিত বহা ; হে কল্দিয়া-জীয়াৰী, সিংহাসনত নহয়, মাটিত বহা ; কিয়নো তোমাক কোমল আৰু সুখীয়া বুলি পুনৰায় কোৱা নেযাব। [2]জাঁত লৈ আটা পিহা ; তোমাৰ ওৰণি গুচুউৱা, তোমাৰ গোৰোৱা-লেটোৱা কাপৰ সোলোকাই থোৱা, কৰঙনলৈকে তোমাৰ কাপৰ দাঙি নদ-নদী পাৰ হোৱা। [3]তোমাৰ উলঙ্গতা প্ৰকাশ পাব, এনে কি, তোমাৰ লাজৰ বিষয় দেখা যাব ; ময় প্ৰতীকাৰ সাধিম, কাৰো মুখলৈ নেচাম। [4]আমাৰ মুক্তিদাতাৰ নাম বাহিনীবিলাকৰ যিহোৱা, ইস্ৰায়েলৰ পবিত্ৰ জনা। [5]হে কল্দিয়া-জিয়াৰী, নিজম দি বহা, আৰু আন্ধাৰৰ মাজলৈ যোৱা ; কিয়নো তুমি ৰাজ্যবোৰৰ কৰ্ত্ৰী বুলি আৰু প্ৰখ্যাত নহবা। [6]ময় মোৰ প্ৰজাবিলাকৰ ওপৰত ক্ৰোধ কৰিলোঁ, ময় মোৰ নিজৰ আধিপত্য অপবিত্ৰ কৰিলোঁ, আৰু তোমাৰ হাতত সিবিলাকক সমৰ্পণ কৰিলোঁ ; তুমি সিবিলাকলৈ একো দয়া নেদেখুৱালা, তুমি বৃদ্ধবিলাকৰ ওপৰত আপোনাৰ যুঁৱলি অতি গধুৰ কৰি দিলা। [7]আৰু তুমি কলা, ময় চিৰকাললৈকে কৰ্ত্ৰী হৈ থাকিম ; এই কাৰণে তুমি এইবোৰ কথাত মনোযোগ কৰা নাই, ইয়াৰ শেষফলৰ বিষয়েও নেভাবিলা।

[8]এই হেতুকে হে ইন্দ্ৰিয়-সুখাভিলাষিণি, হে নিশ্চিন্তে বহি থাকোঁতা জনী, তুমি এই কথা শুনা, তুমি আপোন মনতে কৈছা, ময়হে আছোঁ, মোৰ বাহিৰে আন কোনো নাই ; ময় কেতিয়াও বিধৱা-অৱস্থা নেপাম, আৰু সন্তান-হানি নেজানিম। [9]কিন্তু সন্তান-হানি আৰু বিধৱা-অৱস্থা এই দুটা কথা একে নিমিষতে একে দিনতে তোমালৈ ঘটিব ; তোমাৰ অধিক মায়াকৰ্ম্ম, আৰু তোমাৰ অনেক তন্ত্ৰমন্ত্ৰ থকাতো সেইবোৰ সম্পূৰ্ণকৈ তোমালৈ ঘটিব। [10]কিয়নো তুমি আপোন দুষ্টতাত নিৰ্ভৰ কৰিছা ; মোক কোনেও নেদেখে বুলি তুমি কৈছা ; তোমাৰ বিদ্যা আৰু জ্ঞানেই তোমাক বিপথগামী কৰিলে ; তুমি আপোন মনত ভাবিলা, যে, ময়হে আছোঁ, মোৰ বাহিৰে আন কোনো নাই। [11]এই হেতুকে তোমালৈ অমঙ্গল ঘটিব, তুমি তাৰ প্ৰভাত দেখিবলৈ নেপাবা ; বিপদে তোমাক আক্ৰমণ কৰিব, মন্ত্ৰেৰে তুমি তাক দূৰ কৰিব নোৱাৰিবা ; তুমি নজনাকৈ উচ্ছন্নতাই অকস্মাতে তোমাক আক্ৰমণ কৰিব। [12]যি তন্ত্ৰ-মন্ত্ৰবোৰত আৰু মায়াকৰ্ম্মত তুমি সৰু কালৰে পৰা পৰিশ্ৰম কৰিলা, সেইবোৰত লাগি থাকা ; কিজানি তুমি উপকাৰ পাব পাৰা, কিজানি তুমি জিকিব পাৰা। [13]তুমি আপোন মন্ত্ৰণাৰ বাহুল্যত ক্লান্ত হৈছা ; জ্যোতিষীয়াবিলাক, নক্ষত্ৰগণনাকাৰীবিলাক, আৰু মাসিক দৈবঘটনা প্ৰকাশ কৰোঁতাবিলাকে উঠি, তোমালৈ যি যি ঘটিব, তাৰ পৰা তোমাক উদ্ধাৰ কৰোক। [14]দেখা, সিহঁত খেৰৰ নিচিনা হব ; সিহঁতক জুয়ে পুৰি পেলাব, সিহঁতে অগ্নিশিখাৰ পৰা আপোনাবিলাকৰ প্ৰাণ উদ্ধাৰ কৰিব নোৱাৰিব ; সেয়ে উম পাবলৈ, বা আগত বহি জুই পুৱাবলৈ জ্বলা আঙ্গঠাৰ দৰেও নহব। [15]তুমি যি সকলো বিষয়ত পৰিশ্ৰম কৰিলা, সেইবোৰৰো এই দশা হব ; যিবিলাকে তোমাৰে সৈতে সৰু-কালৰে পৰা বেপাৰ বাণিজ্য কৰিলে, সিবিলাক প্ৰতিজনে দিহাদিহি গুচি যাব, তোমাক নিস্তাৰ কৰিবলৈ কোনো নেথাকিব।

বাবিলৰ পৰা ইস্ৰায়েলৰ নিস্তাৰ।

**৪৮** হে ইস্ৰায়েল নামেৰে প্ৰখ্যাত, আৰু যিহূদাৰ জলসমূহৰ পৰা উৎপন্ন হোৱা যাকোবৰ বংশ, এই কথা শুনা, ( সিবিলাকে যিহোৱাৰ নাম লৈ শপথ কৰে, আৰু ইস্ৰায়েলৰ ঈশ্বৰক উল্লেখ কৰে, কিন্তু সত্য কি ধাৰ্ম্মিকভাৱে উল্লেখ নকৰে; [২] কিয়নো সিহঁতে নিজকে নিজে পবিত্ৰ নগৰৰ লোক বুলি কয়, আৰু বাহিনীবিলাকৰ যিহোৱা নামেৰে প্ৰখ্যাত ইস্ৰায়েলৰ ঈশ্বৰত নিৰ্ভৰ কৰে। ) [৩] ইতিপূৰ্ব্বে ময় আগৰ কথা প্ৰকাশ কৰিলোঁ; এনে কি, সেইবোৰ মোৰ মুখৰ পৰা ওলাল, আৰু ময় সেইবোৰ শুনালোঁ; অকস্মাৎ ময় সেইবোৰ সিদ্ধ কৰিলোঁ, আৰু সেইবোৰ ঘটি উঠিল। [৪] কিয়নো ময় জানো, যে, তুমি অবাধ্য, তোমাৰ ডিঙ্গি লোহাৰ শিৰ-স্বৰূপ, আৰু তোমাৰ কপাল পিত্তলস্বৰূপ। [৫] এই হেতুকে ময় ইতিপূৰ্ব্বে তাক তোমাৰ আগত প্ৰকাশ কৰিলোঁ; সেইবোৰ মোৰ মূৰ্ত্তিয়ে কৰিলে, মোৰ কটা-প্ৰতিমাই মোৰ সাঁচত ঢলা মূৰ্ত্তিয়ে সেইবোৰ আজ্ঞা কৰিলে, এই বুলি তুমি নকবৰ নিমিত্তে, এই ঘটনা নৌ ঘটোঁতেই, ময় তোমাৰ আগত তাক শুনালোঁ। [৬] তুমি তাক শুনিলা; তুমি সেই সকলোকে চোৱা; আৰু তোমালোকেই জানো তাক স্বীকাৰ নকৰিবা? এতিয়াৰে পৰা ময় তোমাক নতুন বিষয়বোৰ, এনে কি, তুমি আগেয়ে নজনা গুপ্ত বিষয়বোৰ তোমাক জনাওঁ। [৭] সেইবোৰ এতিয়া সৃজন কৰা হল, আগৰ পৰা নাছিল, দেখা, সেইবোৰ মোৰ জনা আছিল, এই বুলি তুমি নকবৰ নিমিত্তে, আজিৰ পূৰ্ব্বে সেইবোৰ শুনা নাছিলা। [৮] তুমি শুনা নাই, আৰু জনাও নাই, এনে কি, পূৰ্ব্বকালৰে পৰা তোমাৰ কাণ মুকলি কৰা নাছিল; কিয়নো ময় জানো, যে, তুমি অতি বিশ্বাস-ঘাতকতা কৰিছা, আৰু গৰ্ভৰে পৰা অধৰ্ম্মাচাৰী নামেৰে প্ৰখ্যাত আছা। [৯] ময় তোমাক উচ্ছন্ন নকৰিবৰ নিমিত্তে, ময় আপোন নামৰ কাৰণে ক্ৰোধ থৈ দিম, আৰু মোৰ প্ৰশংসাৰ কাৰণে তোমাৰ পৰা ক্ৰোধ আটকি ৰাখিম। [১০] দেখা, ময় তোমাক জুইত খপিলোঁ, কিন্তু ৰূপ বুলি খপা নাই; দুঃখৰূপ মহীৰ মাজত ময় তোমাক পৰীক্ষা কৰি ললোঁ। [১১] ময় নিজৰ নিমিত্তে, কেৱল নিজৰেই নিমিত্তে কাৰ্য্য কৰিম; কিয়নো মোৰ নাম অপবিত্ৰ কৰিবলৈ ময় কেনেকৈ দিব পাৰোঁ? ময় মোৰ গৌৰৱ অন্যক নিদিম।

[১২] হে যাকোব, হে মোৰ আমন্ত্ৰিত ইস্ৰায়েল, মোলৈ কাণ পাতা; ময়েই তেওঁ, ময়েই আদি, ময়েই অন্তও। [১৩] এনে কি, মোৰেই হাতে পৃথিবীৰ ভিত্তিমূল স্থাপন কৰিলে, মোৰেই সোঁ হাতে আকাশ-মণ্ডল বিস্তাৰ কৰিলে; ময় সেইবোৰক মাতিলে সেই সকলো একেবাৰে থিয় হয়হি। [১৪] তোমালোক সকলোৱে গোট খাই শুনা; সিহঁতৰ মাজত কোনে এইবোৰ কথা প্ৰকাশ কৰিলে? যাক যিহোৱাই প্ৰেম কৰে, সেই জনেই বাবিলত তেওঁৰ মনৰ ইচ্ছা পূৰ্ণ কৰিব, আৰু তেওঁৰ বাহুবলে কল্‌দীয়াহঁতৰ ওপৰত প্ৰকাশ কৰিব। [১৫] ময় ময়েই কথা কলোঁ, এনে কি, ময়েই সেই জনক মাতিলোঁ, ময়েই সেই জনক আনিলোঁ; আৰু সেই জন আপোন পথত কৃতকাৰ্য্য হব। [১৬] তোমালোকে মোৰ ওচৰলৈ আহি এই কথা শুনা; ময় আদিৰে পৰা গুপুতে কথা কোৱা নাই; সেই ঘটনা হোৱাৰে পৰা ময় তাত বৰ্ত্তমান আছোঁ, আৰু এতিয়া প্ৰভু যিহোৱাই আপোন আত্মা দি মোক পঠালে। [১৭] তোমাৰ মুক্তিদাতা ইস্ৰায়েলৰ পবিত্ৰ জনা যিহোৱাই এই কথা কৈছে, তোমাৰ উপকাৰৰ অৰ্থে তোমাক শিক্ষা দিওঁতা, তুমি যাব লগীয়া বাটেদি তোমাক নিওঁতা তোমাৰ ঈশ্বৰ যিহোৱা ময়েই। [১৮] অহ, তুমি মোৰ আজ্ঞাত মন দিয়া হলে, কেনে ভাল আছিল! দিয়া হলে, তোমাৰ শান্তি নদীৰ নিচিনা, আৰু তোমাৰ ধাৰ্ম্মিকতা সমুদ্ৰৰ ঢৌৰ নিচিনা হলহেঁতেন; [১৯] তোমাৰ বংশও বালিৰ নিচিনা, আৰু তোমাৰ ঔৰসৰ সন্তান-সন্ততিও তাৰ কণিকাসমূহৰ নিচিনা হলহেঁতেন; দিলে তাৰ নাম মোৰ আগৰ পৰা লুপ্ত কি নষ্ট নহব।

[২০] তোমালোক বাবিলৰ পৰা বাহিৰ হোৱা, কল্‌দীয়াবিলাকৰ মাজৰ পৰা পলাই যোৱা; তোমালোকে আনন্দ-গানেৰে প্ৰকাশ কৰা, ইয়াক জনোৱা, পৃথিবীৰ সীমালৈকে ইয়াক প্ৰচাৰ কৰা; তোমালোকে কোৱা, যিহোৱাই

আপোন দাস যাকোবক মুক্ত করিলে। [২১] যেতিয়া তেওঁ সিবিলাকক শুকান ভূমিয়েদি লৈ গৈছিল, তেতিয়া সিবিলাকর পিয়াহ লগা নাছিল ; তেওঁ সিবিলাকর নিমিত্তে শিল্‌টোর পরা পানী বোৱালে, আরু তেওঁ শিল্‌টো ফালিলত জলসমূহ বেগেরে ওলাল। [২২] যিহোৱাই কৈছে, দুষ্ট লোকবিলাকর কোনো শান্তি নাই।

যিহোৱার দাসর আরু তেওঁ কৃতকার্য্য
হোৱার বিষয়।

**৪৯** হে দ্বীপবিলাক, মোর বাক্য শুনা ; হে দূরত থকা জাতিবিলাক, মোলৈ কাণ পাতা ; ময় গর্ভত স্থিতি হোৱারে পরা যিহোৱাই মোক মাতিলে, মোর মাতৃর উদরত থকারে পরা তেওঁ মোর নাম উল্লেখ করিলে। [২] তেওঁ মোর মুখ চোকা তরোৱালর নিচিনা করিলে, তেওঁ আপোনার হাতর ছাঁত মোক লুকুৱাই থলে ; তেওঁ মোক শানত দিয়া বাণস্বরূপ করিলে, তেওঁ আপোনার তূণর ভিতরত মোক রাখিলে। [৩] তেওঁ মোক কলে, তুমি মোর দাস, যাত ময় গৌরৱান্বিত হম, সেই ইস্রায়েল। [৪] কিন্তু ময় কলোঁ, ময় মিছাকৈয়ে শ্রম করিলোঁ, অনর্থক আরু অসাররূপে মোর শক্তি নষ্ট করিলোঁ ; তথাপি অৱশ্যে মোর হক যিহোৱার লগত আছে, আরু মোর শ্রমর ফল মোর ঈশ্বরর গুরিত আছে। [৫] যি জনাই নিজর ওচরলৈ যাকোবক পুনরায় আনিবর নিমিত্তে, আরু ইস্রায়েলক তেওঁর ওচরত গোট খুৱাবর অর্থে তেওঁর দাস হবলৈ মোক গর্ভত নির্ম্মাণ করিলে, সেই যিহোৱাই এতিয়া কৈছে ; —আরু ময় যিহোৱার দৃষ্টিত মর্য্যাদাবান, আরু মোর ঈশ্বর মোর বলস্বরূপ। —[৬] তেওঁ কৈছে, যে যাকোবর ফৈদবিলাকক উন্নত করিবর অর্থে, আরু ইস্রায়েলর রক্ষা করা লোকবিলাকক পুনরায় স্থাপন করিবর অর্থে তুমি মোর দাস হোৱা অতি সরু বিষয় ; পৃথিবীর অন্তলৈকে তুমি মোর পরিত্রাণর উপায় হবর নিমিত্তে ময় তোমাক জাতিবিলাকর আগত দীপ্তিস্বরূপো করিম। [৭] যাক মানুহে হেয়জ্ঞান করে, যাক দেশর লোকে ঘিণ করে, যি জনা অধিপতিবিলাকর দাস, তেওঁক ইস্রায়েলর মুক্তিদাতাই, তেওঁর পবিত্র জনা যিহোৱাই এই কথা কৈছে, যি যিহোৱা বিশ্বাসী, ইস্রায়েলর যি পবিত্র জনাই তোমাক মনোনীত করিলে, তেওঁরেই নিমিত্তে রজাবিলাকে তোমাক দেখিলে উঠিব, আরু অধিপতিবিলাকে দেখিলে প্রণিপাত করিব। [৮] যিহোৱাই এই কথা কৈছে, অনুগ্রহর কালত ময় তোমাক উত্তর দিলোঁ, আরু পরিত্রাণর দিনা তোমাক উপকার করিলোঁ ; আরু দেশর উন্নতি করিবলৈ, লোকবিলাকক উচ্ছন্ন হোৱা আধিপত্যবোর অধিকার করাবলৈ, [৯] বন্দীয়ারবোরক ওলাই আহাঁ বুলি, আন্ধারত থকাবিলাকক দেখা দিয়া বুলি কবলৈ, ময় তোমাক রক্ষা করি লোকবিলাকর নিয়মস্থাপকস্বরূপে তোমাক নিযুক্ত করিম। সিবিলাকে বাটত চরিব, আরু আটাই লঠা পর্ব্বত সিবিলাকর চরণীর ঠাই হব। [১০] সিবিলাক ক্ষুধাতুর কি তৃষ্ণাতুর নহব ; র'দে বা সূর্য্যর তাপে সিবিলাকক কষ্ট নিদিব ; কিয়নো যি জনাই সিবিলাকক দয়া করে, তেওঁ সিবিলাকক লৈ যাব, এনে কি, সিবিলাকক জলর ভুমুকর ওচরেদি চলাই নিব। [১১] আরু ময় মোর সকলো পর্ব্বতক পথ করিম, আরু মোর রাজআলিবোর ওখ করা হব। [১২] দেখা, ইবিলাক দূরর পরা আহিছে, আরু দেখা, ইবিলাকে উত্তর আরু পশ্চিম দিশর পরা আগমন করিছে, আরু ইবিলাক চিনীম দেশর পরা আহিছে। [১৩] হে আকাশ-মণ্ডল, গান করা ; হে পৃথিবি, উল্লাসিত হোৱা ; হে পর্ব্বতবিলাক, আনন্দগান করিবলৈ ধরা ; কিয়নো যিহোৱাই আপোন প্রজাবিলাকক সান্ত্বনা করিলে, আরু তেওঁর দুঃখিতবিলাকক তেওঁ দয়া করিব।

চিয়োনক কোৱা সান্ত্বনা-বাক্য।

[১৪] কিন্তু চিয়োনে কলে, "যিহোৱাই মোক ত্যাগ করিলে, আরু প্রভুৱে মোক পাহরিলে।" [১৫] তিরুতা মানুহে আপোনার পেটর সন্তানক স্নেহ নকরাকৈ জানো আপোনার পিয়াহ খোৱা কেঁচুৱাক পাহরিব পারে ? হয়, সিহঁতে পাহরিব পারে, তথাপি ময় তোমাক নেপাহরিম। [১৬] দেখা, ময় মোর হাতর তলুৱাত তোমাক খোদিত করিলোঁ ; তোমার গড়বোর সদায় মোর দৃষ্টিত আছে। [১৭] তোমার সন্তানবিলাকে

আহিবলৈ বেগাবেগি কৰিছে ; তোমাক বিনষ্ট কৰোঁতা, আৰু তোমাক উচ্ছন্ন কৰোঁতাবোৰ তোমাৰ মাজৰ পৰা ওলাই যাব। ১৮ তুমি চাৰিওফালে চকু ফুৰাই চোৱা ; এই সকলো একেলগে গোট খাই তোমাৰ ওচৰ চাপিছে। যিহোৱাই কৈছে, ময় মোৰ জীৱনৰ শপথ কৰি কৈছোঁ, তুমি অৱশ্যে ভূষণস্বৰূপে এই সকলোকে পিন্ধিবা, আৰু কন্যাৰ নিচিনাকৈ এই সকলোকে টঙালিস্বৰূপে বান্ধিবা। ১৯ কিয়নো তোমাৰ উচ্ছন্ন আৰু ধ্বংস হোৱা ঠাইবোৰৰ, আৰু তোমাৰ নষ্ট হোৱা দেশৰ বিষয়ে কবলৈ গলে, নিশ্চয়ে তুমি নিবাসীবিলাকৰ নিমিত্তে অতি ঠেক হবা, আৰু তোমাক গ্ৰাস কৰোঁতাবোৰ দূৰ হব। ২০ সন্তানবিৰহিতা যি তুমি, তোমাৰ সন্তানবিলাকে, তুমি শুনাকৈ ইজনে সিজনক কব, মোৰ নিমিত্তে ঠাই অতি ঠেক হৈছে, মোক থাকিবলৈ ঠাই দিয়া ; ২১ তাতে তুমি মনে মনে কবা, ময় সন্তান-বিৰহিতা, অকলসৰীয়া, দেশান্তৰিতা, আৰু ভ্ৰমণকাৰিণী আছিলোঁ ; এনে স্থলত মোৰ নিমিত্তে এইবিলাক কোনে উৎপন্ন কৰিলে ? আৰু কোনে এইবিলাকক ডাঙৰ-দীঘল কৰিলে ? দেখা, ময় অকলেই অৱশিষ্ট আছিলোঁ ; এইবিলাক ক'ত আছিল ?

২২ প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, ময় জাতিবিলাকলৈ হাত দাঙি ইঙ্গিত কৰিম, আৰু লোকসমূহলৈ মোৰ ধ্বজা তুলিম ; তাতে সিবিলাকে তোমাৰ পুত্ৰবিলাকক বুকুত বান্ধি আনিব, আৰু তোমাৰ জীয়াৰীবিলাকক কান্ধত তুলি অনা হব। ২৩ আৰু ৰজাবিলাক তোমাৰ পক্ষে লৰাক আলপৈচান ধৰা তোমাৰ পিতৃ, আৰু সিবিলাকৰ ৰাণীবিলাক পিয়াহ দিয়া তোমাৰ মাতৃস্বৰূপ হব ; সিবিলাকে মাটিত মুখ লগাই তোমাৰ আগত প্ৰণিপাত কৰিব, আৰু তোমাৰ ভৰিৰ ধূলি চেলেকিব ; তাতে, ময়েই যে যিহোৱা, তুমি তাক জানিবলৈ পাবা, আৰু মোলৈ অপেক্ষা কৰোঁতাবিলাকে লাজ নেপাব। ২৪ বীৰে যুদ্ধত ধৰা প্ৰাণীক জানো তাৰ হাতৰ পৰা কাঢ়ি নিয়া হব ? বা ন্যায়মতে ধৰি অনা বন্দীবোৰক জানো মোকলোৱা যাব ? ২৫ কিন্তু যিহোৱাই এই কথা কৈছে, বীৰে ধৰা বন্দীবিলাককো কাঢ়ি নিয়া হব, আৰু ভয়ঙ্কৰ লোকে ধৰা প্ৰাণীকো মোকলোৱা যাব ; কিয়নো তোমাৰে সৈতে বিবাদ কৰোঁতাৰ লগত ময়েই বিবাদ কৰিম, আৰু তোমাৰ সন্তানবোৰক পৰিত্ৰাণ কৰিম। ২৬ আৰু তোমাক উপদ্ৰৱ কৰোঁতাবোৰক ময় সিহঁতৰ নিজৰেই মঙহ খুৱাম, আৰু সিহঁতে নতুন দ্ৰাক্ষাৰসৰ নিচিনাকৈ নিজৰ তেজকেই নিজে পান কৰি মতোৱাল হব ; তাতে, ময়েই যে যিহোৱা, তোমাৰ ত্ৰাণকৰ্ত্তা, তোমাৰ মুক্তিদাতা, আৰু যাকোবৰ পৰাক্ৰমী জনা, তাক সকলো মৰ্ত্ত্যই জানিব।

৫০ যিহোৱাই এই কথা কৈছে, ময় যি পত্ৰৰ দ্বাৰায় তোমাৰ মাতৃক ত্যাগ কৰিলোঁ, তোমাৰ মাতৃৰ সেই ত্যাগপত্ৰ ক'ত ? আৰু মোৰ মহাজনবিলাকৰ মাজৰ কাৰ গুৰিত তোমালোকক বেচিলোঁ ? দেখা, তোমালোকৰ অপৰাধৰ নিমিত্তেহে তোমালোকক বেচা হল, আৰু তোমালোকৰ অধৰ্ম্মৰ কাৰণেহে তোমালোকৰ মাতৃক ত্যাগ কৰা হল। ২ ময় আহিলত কিয় কোনো লোক উপস্থিত নহল ? ময় মাতিলত, কিয় উত্তৰ দিবলৈ কোনো নাছিল ? মোৰ হাত ইমান চুটী নে, যে, ময় তাৰে মুক্ত কৰিব নোৱাৰোঁ ? উদ্ধাৰ কৰিবলৈ জানো মোৰ শক্তি নাই ? দেখা, ময় ধমকিতেই সমুদ্ৰ শুকুৱাও, আৰু নৈবোৰক মৰুভূমি কৰোঁ ; তাতে তাৰ মাছবোৰ পানীৰ অভাৱত মৰি দুৰ্গন্ধ হয়, আৰু পিয়াহতে মৰা পড়ে। ৩ ময় আকাশ-মণ্ডলক ক'লা কাপৰ পিন্ধা যেন কৰোঁ, আৰু চট কাপৰ তাৰ আৱৰণস্বৰূপ কৰোঁ।

### যিহোৱাৰ দাসৰ ধৈৰ্য্য।

৪ ময় যেন ক্লান্ত হোৱা লোকক বাক্যেৰে সুস্থিৰ কৰিব পাৰোঁ, এই নিমিত্তে প্ৰভু যিহোৱাই মোক শিক্ষিত লোকৰ জিবা দিলে। তেওঁ প্ৰতিৰাতি-পুৱাতে মোক চেতনায়, এনে কি, শিক্ষিত লোকৰ দৰে শুনিবৰ নিমিত্তে মোৰ কাণ চেতনায়। ৫ প্ৰভু যিহোৱাই মোৰ কাণ মুকলি কৰিলে ; তাতে ময় অবাধ্য নহলোঁ, বা পাছ হুহঁকিলোঁ। ৬ ময় প্ৰহাৰ কৰোঁতাবিলাকলৈ আপোন পিঠি, আৰু ডাঢ়ি উঘালোঁতাবিলাকলৈ আপোন গাল পাতি দিলোঁ, অপমান আৰু

থুইর পরা মোর মুখ নেঢাকিলোঁ। [7] কিয়নো প্রভু যিহোৱাই মোক সহায় করিব বুলি ময় বিবর্ণ নহলোঁ ; এই কারণে মোর মুখ চকমকি পাথরর নিচিনা করিলোঁ ; আরু ময় যে লাজ নেপাম, ইয়াক ময় জানো। [8] মোক নির্দ্দোষী করোঁতা জনা ওচরত আছে ; কোনে মোর লগত প্রতিবাদ করিব ? আহাঁ, আমি একেলগে থিয় হওঁ ; মোর শুচরীয়া কোন ? সি মোর ওচরলৈ আহোক। [9] দেখা, প্রভু যিহোৱাই মোক সহায় করিব ; কোনে মোক দোষী করিব ? দেখা, সিহঁত সকলোৱেই কাপরর দরে জীর্ণ হব ; পোকে সিহঁতক খাই পেলাব।

[10] তোমালোকর মাজত যিহোৱাক ভয় করোঁতা, তেওঁর দাসর বাক্যত মনোযোগ করোঁতা কোন মানুহ আছে ? যি জনে পোহর নোপোৱাকৈ আন্ধারত ফুরে, সি যিহোৱার নামত ভারসা করোক, আরু আপোন ঈশ্বরত নির্ভর করোক। [11] দেখা, জুই জ্বলাওঁতা, আরু জ্বলি থকা কাঁড় টঙালিস্বরূপে বান্ধোঁতা যি তোমালোক, তোমালোক আপোনাবিলাকর অগ্নি-শিখার মাজত আরু নিজে জ্বলোৱা কাঁড়র মাজত ফুরা। ইয়াক তোমালোকে মোর হাতর পরা পাবা ; তোমালোকে যাতনাত শয়ন করিবা।

পরিত্রাণর উদয়। চিয়োনর দুরবস্থার পরিবর্ত্তন।

**৫১** হে ধার্ম্মিকতা অনুসারে চলোঁতাবিলাক, হে যিহোৱাক বিচারোঁতাবিলাক, মোলৈ কাণ পাতা ; তোমালোকক যি শিলর পরা কটা আরু যি গাঁতর পরা খন্দা হৈছিল, তালৈ দৃষ্টি করা। [2] তোমালোকর পিতৃ অব্রাহাম আরু তোমালোকর প্রসবকারিণী চারালৈ দৃষ্টি করা ; কিয়নো, যেতিয়া তেওঁ অকলে আছিল, তেতিয়া ময় তেওঁক মাতি আশীর্ব্বাদ দি বহুবংশ করিলোঁ। [3] কারণ যিহোৱাই চিয়োনক সান্ত্বনা করিলে, তেওঁ তার সকলো উচ্ছন্ন ঠাইক সান্ত্বনা করিলে, আরু তার অরণ্য এদনর তুল্য, আরু তার মরুভূমি যিহোৱার উদ্যানর নিচিনা করিলে ; তার মাজত আনন্দ আরু হর্ষ, স্তুতিগান আরু গীতর ধ্বনি পোৱা যাব।

[4] হে মোর প্রজাবিলাক, মোলৈ মন দিয়া, হে মোর লোকসমূহ, মোলৈ কাণ পাতা ; কিয়নো মোর পরাই এক ব্যৱস্থা ওলাব, আরু জাতিবিলাকর দীপ্তির নিমিত্তে ময় মোর শাসন স্থাপন করিম। [5] মোর ধার্ম্মিকতা ওচর, মোর পরিত্রাণ উদয় হল, আরু মোর নিজ বাহুৱে জাতিবিলাকর বিচার নিষ্পত্তি করিব ; দ্বীপ-বোৱে মোলৈ বাট চাই থাকিব, আরু মোর বাহুবলত ভারসা করিব। [6] তোমালোকে আকাশলৈ চকু তুলি চোৱা, আরু তলত থকা পৃথিবীলৈ দৃষ্টি করা ; কিয়নো আকাশ-মণ্ডল ধোঁৱার দরে গুচি যাব, আরু পৃথিবী কাপরর দরে জীর্ণ হব, আরু তার নিবাসীবিলাক সেই দরেই মরা পড়িব ; কিন্তু মোর পরিত্রাণ চিরস্থায়ী হব, আরু মোর ধার্ম্মিকতা বিনষ্ট নহব।

[7] হে ধার্ম্মিকতা জনা লোকবিলাক, হে হৃদয়ত মোর ব্যৱস্থাক ঠাই দিয়া জাতি, তোমালোকে মোর কথা শুনা ; মানুহর নিন্দালৈ ভয় নকরিবা, আরু সিহঁতর বিদ্রূপত ব্যাকুল নহবা। [8] কিয়নো কাপর খোৱার দরে কীটে সিহঁতক খাব, আরু নোম খোৱার দরে পোকে সিহঁতক খাব ; কিন্তু মোর ধার্ম্মিকতা চির-স্থায়ী হব, আরু মোর পরিত্রাণ পুরুষানুক্রমে থাকিব।

[9] হে যিহোৱার বাহু, সার পোৱা, সার পোৱা, বল বান্ধা, প্রাচীন কালত পূর্ব্বপুরুষবিলাকর পুরাতন যুগত সার পোৱা নিচিনাকৈ সার পোৱা। রাহবক ডোখর ডোখরকৈ কটা আরু নাগটোক খোঁচা বাহু তুমি নোহোৱা নে ? [10] সমুদ্রক, মহাজলসমূহক শুকুউৱা, মুক্তবিলাকে পার হৈ যাবর নিমিত্তে অগাধ সাগরক পথ করা বাহু তুমি নোহোৱা নে ? [11] যিহোৱার দ্বারায় নিস্তার পোৱা লোকবিলাক উলটি আহিব, আরু আনন্দ-গানেরে চিয়োন পাবহি ; সিবিলাকর মূরত চিরস্থায়ী আনন্দরূপ মুকুট থাকিব ; সিবিলাকর উল্লাস আরু আনন্দ হব, শোক আরু হুমুনিয়াহ দূরলৈ পলাই যাব।

[12] ময়, ময়েই তোমালোকক সান্ত্বনা করোঁতা ; তুমি কোন যে মর্ত্ত্য লোকলৈ, আরু যাক তৃণর দরে করা হব, এনে মনুষ্য-সন্তানলৈ ভয় করিছা,

১৩ আৰু যি জনাই আকাশ-মণ্ডল বিস্তাৰ কৰিলে, আৰু পৃথিবীৰ মূল স্থাপন কৰিলে, তোমাৰ নিৰ্ম্মাণকৰ্ত্তা সেই যিহোৱাক তুমি পাহৰিছা? আৰু তুমি কোন যে উপদ্ৰৱ কৰোঁতাই বিনষ্ট কৰিবলৈ যুগুতে আছে বুলি তাৰ ক্ৰোধৰ কাৰণে তুমি ওৰেদিন্টো সদায় ভয় কৰিছা? সেই উপদ্ৰৱকাৰীৰ ক্ৰোধ ক'তা? ১৪ বন্দীয়াৰ লোকক শীঘ্ৰে মুকলি কৰা হব; সি নমৰিব, গাঁতলৈ নেযাব, আৰু তাৰ আহাৰৰ অভাৱ নহব। ১৫ কিয়নো যি জনাই সমুদ্ৰৰ ঢৌবোৰে গৰ্জ্জন কৰাকৈ সমুদ্ৰক খলক লগায়, তোমাৰ ঈশ্বৰ সেই যিহোৱা ময়েই; বাহিনীবিলাকৰ যিহোৱা তেওঁৰ নাম। ১৬ আকাশ-মণ্ডল স্থাপন কৰিবলৈ আৰু পৃথিবীৰ মূল পাতিবলৈ, আৰু চিয়োনক তুমি মোৰ প্ৰজা বুলি কবলৈ মোৰ বাক্য তোমাৰ মুখত থলোঁ, আৰু মোৰ হাতৰ ছাঁত তোমাক ঢাকি ৰাখিলোঁ।

১৭ যিহোৱাৰ হাতৰ পৰা তেওঁৰ ক্ৰোধৰ পান-পাত্ৰ পান কৰা হে যিৰূচালেম, সাৰ পোৱা, সাৰ পোৱা, উঠা; তুমি ঢলংপলং কৰোঁতা পান-পাত্ৰ টুকি খালা। ১৮ যিবিলাক সন্তান তেওঁ প্ৰসৱ কৰিলে, সিবিলাকৰ মাজত তেওঁক লৈ যাবলৈ কোনো নাই, আৰু যিবিলাক সন্তান তেওঁ ডাঙৰ-দীঘল কৰিলে, সিবিলাকৰ মাজত তেওঁক হাতত ধৰি নিবলৈ কোনো নাই। ১৯ এই দুই ঘটনা তোমালৈ ঘটিল; কোনে তোমাৰ নিমিত্তে বিলাপ কৰিব? উচ্ছন্নতা আৰু ধ্বংস, আকাল আৰু তৰোৱাল মাথোন; মই তোমাক কেনেকৈ সান্ত্বনা কৰিম? ২০ জালত পড়া হৰিণৰ দৰে তোমাৰ সন্তানবিলাক অচেতন হৈ প্ৰত্যেক আলিৰ মূৰত পড়ি আছে; যিহোৱাৰ ক্ৰোধেৰে, তোমাৰ ঈশ্বৰৰ ধমকিৰে সিবিলাক পৰিপূৰ্ণ। ২১ এই হেতুকে হে দুঃখিনি, হে বিনা-দ্ৰাক্ষাৰসেৰে মত্তলীয়ানী, তুমি এই কথা শুনা। ২২ তোমাৰ প্ৰভু যিহোৱাই, আপোন প্ৰজাবিলাকৰ অভিযোগ প্ৰতিবাদ কৰোঁতা তোমাৰ ঈশ্বৰে এই কথা কৈছে, দেখা, মই ঢলংপলং কৰোঁতা পান-পাত্ৰ, এনে কি, মোৰ ক্ৰোধৰ সেই পান-পাত্ৰ তোমাৰ হাতৰ পৰা ললোঁ, তুমি আৰু পান কৰিবলৈ নেপাবা; ২৩ আৰু মই তোমাক দুঃখ দিওঁতাবিলাকৰ হাতত তাক দিম; আমি ওপৰেদি যাবৰ নিমিত্তে উবুৰি হৈ পড়, এই বুলি তোমাক সিহঁতে কলে, আৰু তুমি ভূমিস্বৰূপে বা বাট-কুৱাবিলাকৰ আলিস্বৰূপে তোমাৰ পিঠি পাতি দিলা।

৫২ হে চিয়োন, সাৰ পোৱা, সাৰ পোৱা, বল বান্ধা; হে পবিত্ৰ নগৰী যিৰূচালেম, তুমি আপোন সুন্দৰ বস্ত্ৰবোৰ পিন্ধা; কিয়নো এতিয়াৰ পৰা চুন্নৎ নোহোৱা অশুচি লোক তোমাৰ ভিতৰত আৰু নোসোমাব। ২ হে যিৰূচালেম, তুমি আপোন গাৰ ধূলি জোকাৰি পেলোৱা, উঠি বহা; হে বন্দী-অৱস্থাত থকা চিয়োন-জীয়াৰী, তোমাৰ ডিঙিৰ বান্ধবোৰৰ পৰা নিজকে মুকলি কৰা।

৩ কিয়নো যিহোৱাই এই কথা কৈছে, তুমি বিনামূল্যে বিক্ৰিত হলা, আৰু বিনাৰূপেৰে মুক্ত হবা। ৪ কাৰণ প্ৰভু যিহোৱাই এই কথা কৈছে, মোৰ প্ৰজাবিলাকে পূৰ্ব্বে প্ৰবাস কৰিবৰ অৰ্থে মিচৰলৈ নামি গৈছিল; আৰু অচূৰে অকাৰণতে সিবিলাকক উপদ্ৰৱ কৰিছিল। ৫ এই হেতুকে যিহোৱাই কৈছে, মোৰ প্ৰজাবিলাকক বিনা-কাৰণে দেশান্তৰলৈ নিয়া যাবে মই এতিয়া কি কৰা কৰ্ত্তব্য? যিহোৱাই কৈছে, সিবিলাকৰ শাসন-কৰ্ত্তাবিলাকে উচ্চধ্বনি কৰিছে, আৰু ওৰেদিন্টো অনবৰত মোৰ নাম নিন্দিত হৈছে। ৬ এই হেতুকে মোৰ প্ৰজাবিলাকে মোৰ নাম জানিব; এতেকে দেখা, মই আছোঁ বুলি কওঁতা জনা যে ময়েই, সেই দিনা সিবিলাকে তাক জানিব।

৭ যি জনে শুভবাৰ্ত্তা আনে, যি জনে শান্তি প্ৰচাৰ কৰে, যি জনে মঙ্গলৰ শুভবাৰ্ত্তা আনে, যি জনে পৰিত্ৰাণ প্ৰচাৰ কৰে, যি জনে তোমাৰ ঈশ্বৰে ৰাজত্ব কৰিছে বুলি চিয়োনক কয়, পৰ্ব্বতৰ ওপৰত সেই জনৰ চৰণ কেনে সুন্দৰ দেখা যায়! ৮ তোমাৰ প্ৰহৰীবিলাকৰ মাত শুনা গৈছে; সিবিলাকে উচ্চধ্বনি কৰিছে, সিবিলাকে একেলগে গান কৰিছে; কিয়নো যিহোৱা চিয়োনলৈ উলটি আহিলে সিহঁতে সম্মুখাসম্মুখিকৈ দেখিবলৈ পাব। ৯ হে যিৰূচালেমৰ উচ্ছন্ন ঠাইবিলাক, উচ্চধ্বনি কৰা, একেলগে

আনন্দ-গান কৰা; কিয়নো যিহোৱাই তেওঁৰ প্ৰজাবিলাকক সান্ত্বনা কৰিলে, তেওঁ যিৰূচালেমক মুক্ত কৰিলে। [১০] যিহোৱাই সকলো জাতিৰ দৃষ্টিতে আপোনাৰ পবিত্ৰ বাহু কোঁচাই ললে; আৰু পৃথিবীৰ অন্তলৈকে থকা সকলোৱে আমাৰ ঈশ্বৰৰ পৰিত্ৰাণ দেখিবলৈ পাব; [১১] তোমালোক গুচি যোৱা, গুচি যোৱা; সেই ঠাইৰ পৰা ওলাই যোৱা, কোনো অশুচি বস্তু নুচুবা; তাৰ মাজৰ পৰা ওলাই যোৱা; হে যিহোৱাৰ পাত্ৰ ভাৰ কৰোঁতাবিলাক, তোমালোক শুচি হোৱা। [১২] কিয়নো তোমালোক বেগাবেগিকৈ ওলাই নেযাবা, নাইবা পলায়ো নেযাবা; কাৰণ যিহোৱা তোমালোকৰ আগে আগে গমন কৰিব, আৰু ইস্ৰায়েলৰ ঈশ্বৰ তোমালোকৰ পাছত যাওঁতা হব।

যিহোৱাৰ দাসৰ দুঃখভোগ।

[১৩] দেখা, মোৰ দাস কৃতকাৰ্য্য হব; তেওঁ উন্নত হব, আৰু ওখ পদ পাব; আৰু তেওঁ মহামহিম হব। [১৪] আন মানুহতকৈ তেওঁৰ আকৃতি, আৰু মনুষ্য-সন্তানবিলাকতকৈ তেওঁৰ ৰূপ অধিককৈ বিকৃত হোৱা দেখি যেনেকৈ অনেকে তেওঁৰ বিষয়ে তধা লাগিল, [১৫] তেনেকৈ তেওঁ অনেক জাতিৰ ওপৰত শান্তিজল চটিয়াব; তেওঁৰ আগত ৰজাবিলাকে আপোন আপোন মুখ বন্ধ কৰিব; কিয়নো পূৰ্ব্বে সিবিলাকৰ আগত যি কথা প্ৰচাৰ কৰা নাছিল, তাক সিবিলাকে দেখিবলৈ পাব, আৰু যিহক কেতিয়াও শুনা নাছিল, তাক বুজিবলৈ পাব।

**৫৩** আমাৰ বাৰ্ত্তা কোনে বিশ্বাস কৰিলে? আৰু যিহোৱাৰ বাহু কাৰ আগত প্ৰকাশিত হল? [২] কিয়নো তেওঁ তেওঁৰ আগত কোমল গজালিৰ দৰে, আৰু শুকান মাটিত উৎপন্ন হোৱা শিপাৰ নিচিনাকৈ বাঢ়ি উঠিল; তেওঁৰ ৰূপ কি শোভা নাই, আৰু তেওঁক দেখিলে আমি যেন তেওঁক ভাল পাব পাৰোঁ, এনে সৌন্দৰ্য্য তেওঁৰ নাই। [৩] তেওঁ ঘৃণিত আৰু মানুহৰ দ্বাৰায় পৰিত্যক্ত হল; তেওঁ শোকাতুৰ আৰু যাতনা-পৰিচিত; আৰু যাৰ পৰা মানুহে মুখ ঢাকে, তেওঁ তাৰ নিচিনা; তেওঁক তুচ্ছ কৰা হল, আৰু আমি তেওঁক শ্ৰেষ্ঠ জ্ঞান কৰা নাই। [৪] স্বৰূপেই তেওঁ আমাৰ যাতনাবোৰ ললে, আৰু আমাৰ ৰোগৰ ভাৰ বলে; তথাপি আমি হলে তেওঁক আঘাতিত, ঈশ্বৰৰ দ্বাৰায় প্ৰহাৰিত, আৰু দুঃখিত যেন জ্ঞান কৰিলোঁ। [৫] কিন্তু আমাৰ অধৰ্ম্মবোৰৰ নিমিত্তে তেওঁক খোঁচা হল, আমাৰ অপৰাধবোৰৰ নিমিত্তে গুড়ি কৰা হল, আমাৰ শান্তিজনক শাস্তি তেওঁৰ ওপৰত পৰিল, আৰু তেওঁৰ গাৰ সাঁচ বহা কোবৰ দ্বাৰায় আমি সুস্থ হলোঁ। [৬] আমি সকলোৱে মেৰৰ নিচিনাকৈ অপথে গৈছিলোঁ; প্ৰতিজনে আপোন আপোন বাট লৈছিলোঁ; আৰু যিহোৱাই আমাৰ সকলোৰে অপৰাধৰ ভাৰ তেওঁৰ ওপৰত দিলে।

[৭] তেওঁ উপদ্ৰৱ পালে, তথাপি নম্ৰ হৈ আপোনাৰ মুখ নেমেলিলে; তেওঁ কাটিবলৈ নিয়া মেৰ পোৱালিৰ, বা নোম-কটিয়াৰ আগত নিজম দি থকা মাইকী মেৰৰ নিচিনা আছিল, এনে কি, আপোন মুখকে নেমেলিলে। [৮] তেওঁক উপদ্ৰৱ আৰু দণ্ডাজ্ঞাৰ দ্বাৰায় নিয়া হল, আৰু তেওঁক যে জীবিতবিলাকৰ দেশৰ পৰা বিচ্ছেদ কৰা হল, তেওঁৰ কালৰ লোকবিলাকৰ মাজত কোনে ইয়াক বিবেচনা কৰিছিল? মোৰ জাতিৰ অধৰ্ম্মৰ কাৰণেহে তেওঁ আঘাতিত হল। [৯] আৰু লোকে দুষ্টবোৰৰ লগত তেওঁৰ মৈদাম নিৰূপণ কৰিলে, আৰু মৃত্যুত তেওঁ ধনবানৰ লগত আছিল; তথাপি তেওঁ কোনো অত্যাচাৰ কৰা নাছিল, আৰু তেওঁৰ মুখত কোনো ছলৰ কথা নাছিল।

[১০] তথাপি তেওঁক গুড়ি কৰিবলৈ যিহোৱাৰ ইচ্ছা হল; তেওঁ তেওঁক যাতনাত পেলালে। তুমি তেওঁৰ প্ৰাণ পাপাৰ্থক বলিস্বৰূপে উৎসৰ্গ কৰাৰ পাছে তেওঁ নিজ বংশ দেখিব, তেওঁ দীৰ্ঘজীবি হব, আৰু তেওঁৰ হাতৰ দ্বাৰায় যিহোৱাৰ মনোবাঞ্ছা সিদ্ধ হব। [১১] তেওঁ আপোন প্ৰাণৰ দুঃখৰ ফল দেখি তৃপ্ত হব; মোৰ ধাৰ্ম্মিক দাসে আপোন জ্ঞানৰ দ্বাৰায় অনেকক ধাৰ্ম্মিক কৰিব, আৰু তেৱেঁই সিবিলাকৰ অপৰাধৰ ভাৰ বব। [১২] এই হেতুকে মই মহৎ লোকবিলাকৰ লগত তেওঁক এক অংশ দিম, আৰু তেওঁ পৰাক্ৰমীবিলাকৰ লগত লুটদ্ৰব্য ভাগ কৰি লব; কাৰণ তেওঁ মৃত্যুলৈ আপোন প্ৰাণ ঢালি দিলে, আৰু

অধৰ্ম্মীবোৰৰ লগত লেখত পৰিল। তথাপি তেওঁ অনেকৰ পাপৰ ভাৰ বলে, আৰু অধৰ্ম্মীবোৰৰ নিমিত্তে অনুৰোধ কৰিছে।

### যিৰূচালেমৰ ভাবী মঙ্গল।

**৫৪** হে প্ৰসৱ নকৰা বাঁজী, তুমি আনন্দ-গান কৰা, হে প্ৰসৱ-বেদনা নোপোৱা জনী, তুমি গান কৰিবলৈ ধৰা, আৰু উচ্চধ্বনি কৰা; কিয়নো, যিহোৱাই কৈছে, স্বামী থকা জনীৰ সন্তানতকৈ অনাথিনীৰ সন্তান অধিক হব। [২] তুমি আপোন তাম্বুৰ ঠাই বহল কৰা, আৰু আপোন নিবাসৰ কাপৰবোৰ বিস্তাৰ কৰা হওক; তুমি খৰছলৈ ভয় নকৰিবা; তোমাৰ আপোন জৰী দীঘল আৰু খুঁটিবোৰ শকত কৰা। [৩] কিয়নো তুমি সোঁহাতে আৰু বাওঁহাতে বিস্তাৰিত হবা, আৰু তোমাৰ সন্তানবিলাকে জাতিবিলাকৰ আধিপত্য ভোগ কৰিব, আৰু ধ্বংস হোৱা নগৰবোৰ মানুহৰ বাসস্থান কৰিব। [৪] তুমি ভয় নকৰিবা, কাৰণ তুমি লজ্জিত নহবা; বিবৰ্ণ নহবা, কিয়নো তোমাক লাজত পেলোৱা নেযাব। কাৰণ তুমি আপোন যৌবন-কালৰ লাজ পাহৰিবা, আৰু তোমাৰ বিধবা-অবস্থাৰ অপমান মনত আৰু নেৰাখিবা। [৫] কিয়নো তোমাৰ নিৰ্ম্মাণকৰ্ত্তাই তোমাৰ স্বামী; বাহিনীবিলাকৰ যিহোৱা তেওঁৰ নাম; আৰু ইস্ৰায়েলৰ পবিত্ৰ জনাই তোমাৰ মুক্তিদাতা; গোটেই পৃথিবীৰ ঈশ্বৰ বুলি তেওঁ প্ৰখ্যাত। [৬] কাৰণ এৰি থোৱা আৰু মনত দুঃখ পোৱা, এনে কি, ত্যাগ কৰা যৌবন-কালৰ ভাৰ্য্যাৰ নিচিনাকৈ যিহোৱাই তোমাক আহ্বান কৰিলে, ইয়াক তোমাৰ ঈশ্বৰে কৈছে। [৭] মই অলপ সময়ৰ নিমিত্তে মাথোন তোমাক ত্যাগ কৰিছিলোঁ; কিন্তু অধিক দয়াৰে মই তোমাক গোটাম। [৮] বাণ পানী উঠাৰ দৰে খং উঠাত, মই এক মুহূৰ্ত্তৰ নিমিত্তে তোমাৰ পৰা মোৰ মুখ লুকুৱাই ৰাখিছিলোঁ; কিন্তু চিৰকলীয়া মৰমেৰে মই তোমাক দয়া কৰিম, তোমাৰ মুক্তিদাতা যিহোৱাই ইয়াক কৈছে। [৯] কিয়নো মোৰ আগত এয়ে নোহৰ কালৰ জলসমূহৰ নিচিনা; সেই নোহৰ কালৰ জলসমূহে পুনৰায় পৃথিবীক আপ্লাবন নকৰিব বুলি মই যেনেকৈ শপথ কৰিছিলোঁ, তেনেকৈ মই এতিয়াও শপথ কৰিছোঁ, যে, মই তোমালৈ ক্ৰুদ্ধ নহওঁ, আৰু তোমাক ধমকিও নিদিওঁ। [১০] কাৰণ পৰ্ব্বতবোৰ গুচি যাব, আৰু গিৰিবোৰ স্থানান্তৰ হব; কিন্তু মোৰ দয়া তোমাৰ পৰা নুগুচিব, আৰু মোৰ শান্তিজনক নিয়মটী লৰচৰ নহব, তোমাক অনুগ্ৰহ কৰোঁতা যিহোৱাই ইয়াক কৈছে।

[১১] হে দুঃখিনি, হে ধুমুহাৰ দ্বাৰায় আঘাতিতা আৰু সান্ত্বনা নোপোৱা জনী, দেখা, মই কাজল দি তোমাৰ শিল বহুৱাম, আৰু নীলকান্ত মণিৰে তোমাৰ ভিত্তিমূল স্থাপন কৰিম। [১২] মই পদ্মৰাগ মণিৰে তোমাৰ চূড়াবোৰ, সূৰ্য্যকান্ত মণিৰে তোমাৰ বড় দুৱাৰবোৰ, আৰু তোমাৰ চাৰিও সীমা বহুমূল্য পাথৰেৰে নিৰ্ম্মাণ কৰিম। [১৩] আৰু তোমাৰ সন্তানবিলাক যিহোৱাৰ দ্বাৰায় শিক্ষিত হব, আৰু তোমাৰ সন্তানবিলাকৰ পৰমশান্তি হব। [১৪] ধাৰ্ম্মিকতাত তুমি স্থাপিত হবা; তুমি উপদ্ৰৱৰ পৰা দূৰে থাকিবা, কিয়নো তোমাৰ ভয় নহব; আৰু ত্ৰাসৰ পৰা আঁতৰে থাকিবা, কাৰণ সেয়ে তোমাৰ ওচৰলৈ নাহিব। [১৫] দেখা, লোক গোট খাব পাৰে, কিন্তু মোৰ আজ্ঞাৰে নহয়; যেয়ে তোমাৰ বিৰুদ্ধে গোট খাব, সেয়ে তোমাৰ দ্বাৰায় পতিত হব। [১৬] দেখা, যি কমাৰে ভাটিৰে আঙ্গাৰত জুই জলাই আপোনাৰ কাৰ্য্যৰ নিমিত্তে অস্ত্ৰ গঢ়ে, সেই কমাৰক ময়েই সৃষ্টি কৰিলোঁ, আৰু সংহাৰ কৰিবলৈ বিনাশকক ময়েই সৃষ্টি কৰিলোঁ। [১৭] তোমাৰ বিৰুদ্ধে গঢ়া কোনো অস্ত্ৰ সাৰ্থক নহব, আৰু যি জিবা বিচাৰত তোমাৰ বিৰুদ্ধে উঠিব, তাক তুমি দোষী কৰিবা; যিহোৱাৰ দাসবিলাকৰ এয়ে আধিপত্য, আৰু মোৰ পৰা পোৱা সিবিলাকৰ ধাৰ্ম্মিকতা, এই কথা যিহোৱাই কৈছে।

### পৰিত্ৰাণ গ্ৰহণ কৰিবলৈ নিমন্ত্ৰণ।

**৫৫** হে তৃষ্ণাতুৰ লোকবিলাক, তোমালোক প্ৰতিজনে জলৰ ওচৰলৈ আহাঁ; হে ধন নথকা লোক, তুমিও আহাঁ; খোৱা বস্তু কিনা, আৰু ভোজন কৰা, এনে কি, আহাঁ, বিনামূল্যে বিনাদামে দ্ৰাক্ষাৰস আৰু গাখীৰ কিনা। [২] কিয় আহাৰ নোহোৱা বস্তুৰ নিমিত্তে ধন খৰছ কৰা? আৰু যিহে তৃপ্তি নিদিয়ে, তাৰ নিমিত্তে কিয়

শ্ৰম কৰা ? মনোযোগ কৰি মোৰ কথা শুনা ; আৰু যি যি উত্তম, সেই সকলো ভোজন কৰা, আৰু পুষ্টিকৰ বস্তুৰ দ্বাৰায় প্ৰাণ তুষ্ট কৰা । ৩ কাণ পাতা, আৰু মোৰ ওচৰলৈ আহাঁ ; শুনা, তাতে তোমাৰ প্ৰাণ সজীৱ হব ; আৰু ময় তোমাৰ লগত অনন্তকলীয়া এটা নিয়ম, দায়ুদৰ আগত প্ৰতিজ্ঞা কৰা নিসংশয় অনুগ্ৰহবোৰকেই স্থিৰ কৰিম । ৪ দেখা, ময় তেওঁক লোকসমূহৰ সাক্ষীস্বৰূপে, আৰু লোকসমূহৰ নায়ক ও অধ্যক্ষস্বৰূপে নিযুক্ত কৰিলোঁ । ৫ দেখা, যি জাতিক তুমি চিনি নোপোৱা, এনে জাতিক তুমি আহ্বান কৰিবা, আৰু যি জাতিয়ে তোমাক চিনি নেপালে, এনে জাতি তোমাৰ ওচৰলৈ লৰি আহিব ; তোমাৰ ঈশ্বৰ যিহোৱাৰ নিমিত্তে আৰু ইস্ৰায়েলৰ পবিত্ৰ জনাৰ কাৰণে এনে ঘটিব ; কিয়নো তেওঁ তোমাক গৌৰৱান্বিত কৰিলে ।

৬ যিহোৱাক পাব পৰা সময়ত তোমালোকে তেওঁক বিচাৰা ; তেওঁ ওচৰত থাকোঁতে তেওঁৰ আগত প্ৰাৰ্থনা কৰা । ৭ দুষ্ট লোকে আপোন পথ আৰু অধৰ্ম্মী লোকে আপোন কল্পনা ত্যাগ কৰোক, আৰু যিহোৱালৈ উলটি আহোক, তাতে তেওঁ তাক কৃপা কৰিব ; আৰু সি আমাৰ ঈশ্বৰলৈ ঘূৰি আহোক, কিয়নো তেওঁ প্ৰচুৰ পৰিমাণে ক্ষমা কৰিব । ৮ কাৰণ, যিহোৱাই কৈছে, মোৰ কল্পনা আৰু তোমালোকৰ কল্পনা একে নহয়, আৰু তোমালোকৰ পথ ও মোৰ পথ একে নহয় ; ৯ কিয়নো পৃথিবীতকৈ আকাশ-মণ্ডল যিমান ওখ, তোমালোকৰ সকলো পথতকৈ মোৰ পথ, আৰু তোমালোকৰ সকলো কল্পনাতকৈ মোৰ কল্পনা সিমান ওখ । ১০ কাৰণ, যেনেকৈ বৃষ্টি বা হিম আকাশৰ পৰা নামি আহি পুনৰায় তালৈ উলটি নেযায়, কিন্তু পৃথিবীক তিতাই ফলৱতী আৰু কেঁচাপতীয়া কৰে, আৰু বওঁতাক গুটি, আৰু খাওঁতাক আহাৰ দিয়ে, ১১ মোৰ মুখৰ পৰা ওলোৱা বাক্য তেনেকুৱা হব ; সেয়ে বৃথায় মোৰ ওচৰলৈ উলটি নাহিব ; কিন্তু ময় যি ইচ্ছা কৰোঁ, তাক সাফল নকৰাকৈ, আৰু যিহৰ নিমিত্তে তাক পঠাওঁ, সেয়ে সিদ্ধ নোহোৱাকৈ উলটি নাহিব । ১২ কিয়নো তোমালোক আনন্দেৰে বাহিৰ ওলাই যাবা, আৰু তোমালোকক শান্তিৰে নিয়া হব ; পৰ্ব্বত আৰু গিৰিবোৰে তোমালোকৰ আগত আনন্দ-গান কৰিবলৈ ধৰিব, আৰু পথাৰত থকা বৃক্ষবোৰে হাত-তালি দিব । ১৩ কাঁইট গছৰ সলনি দেবদাৰু, চোৰাতৰ সলনি মেন্দি উৎপন্ন হব ; আৰু সেয়ে যিহোৱাৰ কীৰ্ত্তিস্বৰূপ হব, কেতিয়াও লুপ্ত নোহোৱা, অনন্ত কাললৈকে থকা এক চিন হব ।

পৰজাতি আৰু নপুংসকলৈ কৰা প্ৰতিজ্ঞা ।

**৫৬** যিহোৱাই এই কথা কৈছে, তোমালোকে ন্যায় বিচাৰ পালন কৰা, আৰু ধাৰ্ম্মিকতা অনুসাৰে কাৰ্য্য কৰা ; কিয়নো মোৰ পৰিত্ৰাণৰ আগমন, আৰু মোৰ ধাৰ্ম্মিকতাৰ প্ৰকাশ ওচৰ । ২ যি মানুহে এই কৰ্ম্ম কৰে, আৰু যি মনুষ্য-সন্তানে তাত লাগি থাকে, যি জনে অপবিত্ৰ নকৰাকৈ বিশ্ৰাম-বাৰ পালন কৰে, আৰু কোনো কুকৰ্ম্ম নকৰিবলৈ আপোনাৰ হাত কোঁচায়, সেই জন ধন্য । ৩ যিহোৱাই অৱশ্যে আপোন প্ৰজাবিলাকৰ পৰা মোক পৃথক কৰি থব, এই বুলি যিহোৱাৰ লগ লোৱা পৰজাতিয়ে নকওক ; আৰু দেখা, ময় শুকান বৃক্ষস্বৰূপ, এনে কথা নপুংসকে নকওক । ৪ কিয়নো যিহোৱাই নপুংসকবিলাকৰ বিষয়ে এই কথা কৈছে, যি নপুংসকবিলাকে মোৰ বিশ্ৰাম-বাৰ পালন কৰে, আৰু যিহত ময় তুষ্ট হওঁ, তাক মনোনীত কৰে, আৰু মোৰ নিয়মটীত লাগি থাকে, ৫ ময় সিবিলাকক মোৰ গৃহত, আৰু মোৰ গড়ৰ ভিতৰত পো-জীতকৈ উত্তম ঠাই আৰু নাম দিম, কেতিয়াও লুপ্ত নোহোৱা চিৰস্থায়ী নাম সিবিলাকক দিম । ৬ আৰু যিহোৱাৰ পৰিচৰ্য্যা কৰিবলৈ, তেওঁৰ নাম প্ৰেম কৰিবলৈ, আৰু তেওঁৰ দাস হবলৈ যি পৰজাতিবিলাকে তেওঁৰ লগ লয়, অপবিত্ৰ নকৰাকৈ বিশ্ৰাম-বাৰ পালন কৰে, আৰু মোৰ নিয়মটীত লাগি থাকে, ৭ সেই সকলোকে ময় আপোন পবিত্ৰ পৰ্ব্বতলৈ আনিম, আৰু মোৰ প্ৰাৰ্থনা-গৃহত সিবিলাকক আনন্দিত কৰিম, সিবিলাকৰ হোমবলি আৰু আন বলিবোৰ মোৰ যজ্ঞবেদিৰ ওপৰত গ্ৰহণ কৰা হব ; কিয়নো মোৰ গৃহ সকলো জাতিৰ প্ৰাৰ্থনা-গৃহ বুলি প্ৰখ্যাত হব । ৮ যি প্ৰভু যিহোৱাই

ইস্রায়েলর দেশান্তরিত লোকক গোটায়, তেওঁ কৈছে,ময় তার গোটোৱা লোকবিলাকর বাহিরে আরু অধিক লোক গোটাই তার লগ লগাম।

ইস্রায়েলর প্রধানবিলাকর দোষ, আরু লোকবিলাকর ভ্রান্তি।

[৯] হে আটাই বনরীয়া জন্তুবিলাক, এনে কি, হে অরণিত থকা আটাই জন্তুবিলাক, খাবলৈ আহাঁ। [১০] তার প্রহরীবোর অন্ধ; সিহঁত আটাইবোর জ্ঞানশূন্য; সিহঁত আটাইবোর ভতুৱা কুকুরর নিচিনা, ভুকিব নোৱারে; সিহঁতে সপোন দেখি থাকে, শুয়ে থাকে, আরু টোপনি-প্রিয়। [১১] এনে কি, সেই কুকুরবোর খঁকুৱা, সিহঁতে কেতিয়াও যথেষ্ট আহার পাব নোৱারে; আরু মের-রখীয়াবোরেই অবুজ, সিহঁত আটাই-বোর সকলো ফালর পরা লাভর নিমিত্তে আপোন আপোন বাটলৈ ঘুরিল। [১২] সিহঁতর এজনে আন জনক কয়, "মর্য় দ্রাক্ষারস আনো; আহাঁ, আমি সুরা পান করি মত্তোৱাল হওঁ; আজি দিনর নিচিনা কাইলৈকো অতি বড়দিন হব।"

৫৭ ধার্ম্মিক লোক নষ্ট হৈছে, আরু ইয়াক কোনোৱে মনোযোগ নকরে; আরু সাধু মনুষ্যক পরলোকলৈ নিয়া হৈছে, কিন্তু আপদর সম্মুখর পরা যে ধার্ম্মিক লোকক নিয়া হৈছে, তাক কোনেও বিবেচনা নকরে। [২] সি শান্তিগৃহত প্রবেশ করে, যথার্থ পথত চলা প্রতিজনে আপোন আপোন শয্যাত বিশ্রাম করে।

[৩] হে মায়াবিনীর সন্তান, হে পরস্ত্রীগামী আরু বেশ্যার বংশ, তোমালোক হলে ওচর চাপি আহাঁ। [৪] তোমালোকে কাক উপহাস করিছা? আরু কাক দেখি আঁ করিছা আরু জিবা উলিয়াইছা? [৫] এলা বৃক্ষর মাজত প্রত্যেক কেঁচা-পতীয়া গছর তলত কামাগ্নিত জ্বলি থকা যি তোমালোক, আরু নানা উপত্যকাত আরু শিলর খোরোঙত আপোন আপোন লরারোরক বধ করোঁতা যি তোমালোক, তোমালোক অধর্ম্মর সন্তান, আরু মিছার সঁচ নোহোৱা নে? [৬] উপত্যকার শীতল শিলবোরেরেই মাজত তোমার ভাগ আছে; সেইবোরেই তোমার আধিপত্য, সেই-বোররেই উদ্দেশে তুমি পেয় দ্রব্য ঢালিছা আরু নৈবেদ্য উৎসর্গ করিছা। সেইবোরতেই ময় জানো প্রসন্ন হম? [৭] উন্নত আরু ওখ পর্ব্বতর ওপরত তুমি আপোন শয্যা পারিলা; বলিদান করিবলৈ তুমি সেই ঠাইত উঠিলা; [৮] তুমি দুৱার আরু দুৱারর খুঁটার পাছফালে আপোনার সোঁৱরণীয় বস্তু রাখিছা; কিয়নো তুমি মোক এরি, আনর আগত আপোনার কাপর সোলোকাই বিচানাত উঠিলা; তুমি আপোনার শয্যা বহল করিলা, আরু সিহঁতর লগত এটা নিয়ম করিলা; যতে তুমি সিহঁতর শয্যা দেখা, ততে সিহঁতর শয্যাক ভাল পোৱা। [৯] আরু তুমি গাত তেল ঘঁহি রজার ওচরলৈ যাত্রা করিলা আরু অধিক সুগন্ধি দ্রব্য ব্যৱহার করিলা, আরু দূর দেশলৈ আপোনার দূত-বোরক পঠালা, আরু চিয়োললৈকে আপো-নাকে অৱনত করিলা; [১০] তোমার বাট দীঘল হোৱাত ভাগর পালা, তথাপি আশা নাইকিয়া বুলি নকলা; তুমি নতুন বল পালা, এই হেতুকে তুমি দুর্ব্বল হোৱা নাই। [১১] তুমি কার বিষয়ে ভয় আরু শঙ্কা করিছা, যে, তুমি মিছা কথা কোৱা আরু মোক সোঁৱরণ নকরা বা তোমার মনত নেরাখা? ময় বহুদিনর পরা নিজম দি থকার নিমিত্তে, তুমি মোলৈ ভয় নকরা নে কি? [১২] ময়েই তোমার ধার্ম্মিকতা প্রকাশ করিম, আরু তোমার কার্য্যই হলে তোমাক উপকার নকরিব। [১৩] যেতিয়া তুমি কাতরোক্তি করা, তেতিয়া তুমি গোটোৱাবোরে তোমাক উদ্ধার করোক; কিন্তু সেই আটাই-বোরক বতাহে উড়ুৱাই নিব, আরু এক ফুঁতে সিহঁতক নিয়া হব। কিন্তু যি মানুহে মোত আশ্রয় লব, সি দেশর আধিপত্য পাব, আরু মোর পর্ব্বতটো অধিকার করিব। [১৪] পাছে কোৱা যাব, যে, তোমালোকে আলিবাট বান্ধা, আলিবাট বান্ধা, পথ যুগুত করা, মোর প্রজা-বিলাকর পথর পরা উজুটি খোৱা মূঢ়া দূর করা।

[১৫] কিয়নো অনন্তকাল-নিবাসী, যার নাম পবিত্র, সেই উর্দ্ধবাসী আরু উন্নত জনাই এই রূপে কৈছে, ময় উর্দ্ধলোকত আরু পবিত্রস্থানত বাস করোঁ, আরু নম্র মনর লোকবিলাকক

সচেতন করিবলৈ, ভগ্নচিত্তীয়াবিলাকর হৃদয় সতেজ করিবলৈ মই সেই ভগ্নচিত্তীয়া আৰু নম্র মনর লোকর লগতো বাস করোঁ। [১৬] কারণ মই সদায় বিবাদ নকরিম, আৰু সদাকাল ক্রোধ নকরিম; কিয়নো করিলে, আত্মা আৰু মোর নির্ম্মিত মনুষ্য মোর আগত মূর্চ্ছিত হব। [১৭] মই তার লোভর অপরাধর কারণে ক্রুদ্ধ হৈ তাক মারিলোঁ, আৰু আপোন মুখ লুকুরাই ক্রোধ করিলোঁ; তথাপি সি বিপথে গৈ আপোন অভিলাষ-পথত চলি থাকিল। [১৮] মই তার আচার-ব্যৱহার দেখিলোঁ, আৰু মই তাক সুস্থ করিম; মই তাক চলাম, তাক আৰু তার নিমিত্তে শোক করাবিলাকক সান্ত্বনাদায়ক বস্তু পুনরায় দিম। [১৯] মই ওঁঠর ফল সৃষ্টি করোঁ; যিহোৱাই কৈছে, ওচরত থকা আৰু দূরত থকা উভয়রো শান্তি হওক, শান্তি হওক; আৰু মই তাক সুস্থ করিম। [২০] কিন্তু দুষ্টবোর খলক লগা সমুদ্রর নিচিনা; কিয়নো সেয়ে থিরে থাকিব নোৱারে, আৰু তার জলসমূহে বোকা আৰু মল তোলে; [২১] মোর ঈশ্বরে কৈছে, দুষ্টইঁতর পক্ষে কোনো শান্তি নাই।

লঘোন আৰু বিশ্রামবার-পালনর বিষয়।

**৫৮** তুমি মুক্তকণ্ঠে প্রচার করা, রৈ নেথাকিবা; শিঙ্গার নিচিনাকৈ উচ্চধ্বনি করা, মোর প্রজাবিলাকর আগত সিবিলাকর অধর্ম্ম, আৰু যাকোবর বংশর আগত সিবিলাকর পাপবোর প্রকাশ করা। [২] তথাপি সিবিলাকে মোকেই দিনে দিনে বিচারে, আৰু মোর পথর বিষয়ে জানিবলৈ ভাল পায়; আৰু ধর্ম্ম স্থাপন করা, আপোন ঈশ্বরর বিধি ত্যাগ নকরা জাতির নিচিনাকৈ সিবিলাকে ধর্ম্মর বিধিবোর মোর পরা খোজে, আৰু ঈশ্বরর ওচরলৈ চাপিবলৈ ভাল পায়। [৩] সিবিলাকে কয়, আমি লঘোন দিয়াত তুমি কিয় দৃষ্টি নকরা? আৰু আমি আপোন আপোন প্রাণক দুঃখ দিয়াত, তুমি কিয় তালৈ মন নিদিয়া? দেখা, তোমালোকে লঘোনর দিনাও তোমালোকর নিজর কার্য্য চলোৱা, আৰু তোমালোকর আটাই বনুৱাবিলাকক উপদ্রৱ করা। [৪] দেখা, তোমালোকে বিবাদ আৰু দ্বন্দ্ব করিবর, আৰু খঙেরে ভুকু মারিবর অর্থেহে লঘোন দিয়া; বর্ত্তমানে তোমালোকে উর্দ্ধলোকত আপোনাবিলাকর মাত শুনাব পরাকৈ লঘোন নিদিয়া। [৫] মই মনোনীত করা ব্রত এই রূপ নে? মানুহে আপোন প্রাণক দুঃখ দিয়ার দিন এই রূপ নে? খাগরির দরে আপোনার মুর দোঁওৱা, আৰু শয্যারূপে চট আৰু ভস্ম পরাকেই ব্রত বোলা নে? তুমি ইয়াকেই ব্রত আৰু যিহোৱার গ্রহণীয় দিন বোলা নে? [৬] দুষ্টতার বান্ধ মুকলি করাই, যুঁরলির শলমারি সোলোকোৱাই, আৰু উপদ্রৱ পোৱা লোকবিলাকক স্বাধীন করি বিদায় দিয়াই, আৰু তোমালোকে প্রত্যেক যুঁরলি ভঙাই জানো মোর মনোনীত ব্রত নহয়? [৭] ক্ষুধাতুর লোকক আহার বাঁটি দিয়াই, আৰু খেদি দিয়া দুঃখীয়াবিলাকক আপোনার ঘরত আশ্রয় দিয়াই ব্রত নহয় নে? উলঙ্গ দেখি তাক বস্ত্র দান করাই, আৰু নিজ মঙহর পরা আপোনাকে লুকুৱাই নরখাই ব্রত নহয় নে? [৮] ইয়াকে করিলে, অরুণোদয়র দরে তোমার দীপ্তি মেঘ ফালি ওলাব, আৰু তোমার আরোগ্যতা শীঘ্রে গজি ওলাব, আৰু তোমার ধার্ম্মিকতা তোমার আগত যাওঁতা, আৰু যিহোৱার গৌরৱ তোমার পাছত যাওঁতা হব। [৯] তেতিয়া তুমি মাতিলে, যিহোৱাই তোমাক উত্তর দিব; তুমি কাতরোক্তি করিলে, তেওঁ কব, এইয়া মই আছোঁ। যদি তুমি আপোনার মাজর পরা যুঁরলি, আঙ্গুলি জোকরা, আৰু অধর্ম্মবাক্য দূর করা, [১০] আৰু যদি তুমি তোমার তৃপ্তিজনক আহার ক্ষুধিত লোকক দিয়া, আৰু দুঃখিত প্রাণীক তুষ্ট করা, তেন্তে আন্ধারর মাজত তোমার দীপ্তি উদয় হব, আৰু তোমার অন্ধকার দুপর বেলার নিচিনা হব; [১১] আৰু যিহোৱা সদায় তোমার পথদর্শক হব, আৰু শুকান ঠাইবোরত তোমার প্রাণ তৃপ্ত করিব, আৰু তোমার অস্থিবোর সবল করিব; তাতে তুমি ভালকৈ পানী দিয়া এক উদ্যানর নিচিনা হবা, আৰু যার জল কেতিয়াও শুকাই নেযায়, তুমি এনে এক জলভুমুকর নিচিনা হবা। [১২] তোমার বংশর লোকে বহুকালর পরা উচ্ছন্ন হৈ থকা ঠাইবোর পুনরায় নির্ম্মাণ করিব; আৰু তুমি অনেক পুরুষীয়া ভিত্তিমূল স্থাপন করিবা; তুমি ভগাচিগা

বাতোঁতা, আৰু দেশনিবাসৰ নিমিত্তে পথ যুগুত কৰোঁতা বুলি প্ৰখ্যাত হবা। ১৩ যদি তুমি মোৰ পবিত্ৰ দিনা তোমাৰ কাৰ্য্য নকৰি, বিশ্ৰাম-দিনৰ পৰা তোমাৰ ভৰি আঁতৰোৱা, আৰু যদি বিশ্ৰাম-বাৰক সুখদায়ক আৰু যিহোৱাৰ পবিত্ৰ দিনক মাননীয় বুলি কোৱা, আৰু আপোনাৰ নিজ কাৰ্য্য সিদ্ধ নকৰি, আপোনাৰ অভিলষিত চেষ্টা নকৰি, আৰু নিজৰ কথা নকৈ তাক মান্য কৰা, তেন্তে তুমি যিহোৱাত সুখী হবা; ১৪ আৰু ময় তোমাক ৰথত তুলি পৃথিবীৰ ওখ ঠাইবোৰৰ ওপৰত ফুৰাম, আৰু তোমাৰ পিতৃ যাকোবৰ আধিপত্য তোমাক ভোগ কৰাম। কিয়নো যিহোৱাৰ নিজ মুখে ইয়াক কলে।

ইস্ৰায়েলৰ পাপ আৰু সিবিলাকৰ পৰিত্ৰাণ।

৫৯ দেখা, যিহোৱাৰ হাত এনে চুটী নহয়, যে, তেওঁ তাৰে পৰিত্ৰাণ কৰিব নোৱাৰে, আৰু তেওঁৰ কাণ এনে গধুৰ নহয়, যে, তেওঁ তাৰে শুনিব নোৱাৰে; ২ কিন্তু তোমালোকৰ অপৰাধবোৰেই তোমালোকৰ ঈশ্বৰৰ পৰা তোমালোকক বিচ্ছেদ কৰিছে, আৰু তোমালোকৰ পাপবোৰেই তোমালোকৰ পৰা তেওঁৰ মুখ ঢাকিছে, এই নিমিত্তে তেওঁ নুশুনে। ৩ কিয়নো তোমালোকৰ হাত তেজেৰে আৰু তোমালোকৰ আঙ্গুলিবোৰ অপৰাধেৰে অশুচি হৈ আছে; তোমালোকৰ ওঁঠে মিছা কথা কৈছে, তোমালোকৰ জিবাই দুষ্টতাৰ কথা বকিছে। ৪ কোনেও ধাৰ্ম্মিকতাৰে গোচৰ নকৰে, আৰু কোনেও সত্যতাৰে প্ৰতিবাদ নকৰে; সিবিলাকে অসাৰত ভাৰসা কৰে, আৰু মিছা কথা কয়, সিবিলাকে অপকাৰ গৰ্ত্তধাৰণ কৰি অধৰ্ম্ম প্ৰসৱ কৰে। ৫ সিবিলাকে সাপৰ কনি উমনি লৈ জগায়, আৰু মকৰাৰ জাল গাঁথে; যি জনে সেইবোৰৰ কনি খায়, সি মৰে, আৰু যি কনি ভাগে, তাৰ পৰা কালসৰ্প বাহিৰ হয়। ৬ সিবিলাকে গঁথা জাল বস্ত্ৰ নহব, আৰু সিবিলাকে কৰা বস্তৰে আপোনাৰ গা নেঢাকিব; সিবিলাকৰ কাৰ্য্য অধৰ্ম্মৰ কাৰ্য্য, আৰু সিবিলাকে আপোন আপোন হাতেৰে অত্যাচাৰ কৰে। ৭ সিবিলাকৰ ভৰি কুকৰ্ম্মৰ ফাললৈ বেগাই চলে, আৰু সিবিলাকে নিৰ্দ্দোষীৰ ৰক্তপাত কৰিবলৈ বেগাবেগি কৰে; সিবিলাকৰ কল্পনাবোৰ অধৰ্ম্মৰ কল্পনাহে; সিবিলাকৰ পথত ধ্বংস আৰু উচ্ছন্নতা আছে। ৮ সিবিলাকে শান্তিৰ পথ নেজানে, আৰু সিবিলাকৰ গতিত একো বিচাৰ নাই; সিবিলাকে আপোনাবিলাকলৈ বেঁকা-বেঁকি বাট কৰিছে; যি জনে সেই পথত চলে, সি শান্তি নেজানে। ৯ এই কাৰণে বিচাৰ আমাৰ পৰা দূৰত থাকে, আৰু ধাৰ্ম্মিকতাই আমাৰ লগ ধৰিব নোৱাৰে; আমি পোহৰলৈ অপেক্ষা কৰি থাকোঁ, কিন্তু দেখা, অন্ধকাৰ; আৰু দীপ্তিলৈ বাট চাই থাকোঁ, কিন্তু ঘোৰ অন্ধকাৰত ভ্ৰমণ কৰোঁ। ১০ আমি অন্ধ লোকৰ দৰে দেৱালত খপিয়াওঁ, এনে কি, চক্ষুহীন লোকৰ দৰে খপিয়াই ফুৰোঁ; মুনিচুনি বেলাৰ নিচিনাকৈ দুপৰ বেলাতো আমি উজুটি খাওঁ; আৰু মৰা মানুহৰ দৰে আমি ঘোৰ অন্ধকাৰত থাকোঁ। ১১ আমি সকলোৱে ভালুকৰ দৰে চিঁয়ৰি আছোঁ, আৰু কপৌৰ দৰে আমি অতিশয় শোকধ্বনি কৰি থাকোঁ; আমি বিচাৰৰ অপেক্ষা কৰোঁ, কিন্তু সেয়ে নাই; আৰু পৰিত্ৰাণলৈ বাট চাই থাকোঁ, কিন্তু সিও আমাৰ পৰা দূৰত থাকে। ১২ কিয়নো তোমাৰ সাক্ষাতে আমাৰ অপৰাধ অনেক, আমাৰ পাপবোৰে আমাৰ বিৰুদ্ধে সাক্ষ্য দিছে; কিয়নো আমাৰ অপৰাধবোৰ আমাৰ লগে লগে আছে, আৰু আমি আমাৰ অধৰ্ম্মবোৰ জানি আছোঁ। ১৩ এইবোৰেই অপৰাধ কৰি যিহোৱাক অস্বীকাৰ কৰা, আপোন ঈশ্বৰৰ পাছত চলাৰ পৰা বিমুখ হোৱা, উপদ্ৰৱ আৰু বিদ্ৰোহৰ কথা কোৱা, আৰু অন্তৰত মিছা কথা গৰ্ত্তধাৰণ কৰি তাক প্ৰসৱ কৰা। ১৪ আৰু বিচাৰ পাছলৈ হুঁহকি গৈছে, আৰু ধাৰ্ম্মিকতা দূৰত থিয় হৈ আছে; কিয়নো চকত সত্যতা উজুটি খাই পৰিছে, আৰু যাথাৰ্থিকতা তাত সোমাব নোৱাৰে। ১৫ এনে কি, সত্যতাৰ অভাৱ হৈছে, আৰু অধৰ্ম্ম ত্যাগ কৰোঁতা লোক লুটিত হৈছে; তাতে যিহোৱাই দৃষ্টি কৰি ন্যায় বিচাৰ নেদেখি অসন্তুষ্ট হল। ১৬ আৰু তেওঁ চাই কোনো পুৰুষক নেদেখিলে, আৰু মধ্যস্থও কোনো নাইকিয়া দেখি আচৰিত হল; এই নিমিত্তে তেওঁৰ নিজ বাহুৱেই তেওঁৰ কাৰণে পৰিত্ৰাণ সিদ্ধ কৰিলে, আৰু তেওঁৰেই

ধাৰ্ম্মিকতা তেওঁৰ আশ্ৰয় হল। [17] তেওঁ ধাৰ্ম্মিকতাৰূপ বুকুপটা পিন্ধিলে, আৰু মূৰত পৰিত্ৰাণৰূপ শিৰোৰক্ষক পিন্ধিলে, আৰু গাৰ কাপৰৰ নিমিত্তে প্ৰতিকাৰৰূপ সাজ পৰিধান কৰিলে, আৰু উৎসাহৰূপ জামা গাত দিলে। [18] তেওঁ কাৰ্য্য অনুসাৰে প্ৰতিফল দিব ; আপোন শত্ৰুবোৰক ক্ৰোধৰ, আপোন বৈৰীবোৰক অপকাৰৰ প্ৰতিফল দিব ; আৰু দ্বীপবোৰক তেওঁ প্ৰতিফল দিব। [19] তাতে লোকবিলাকে পশ্চিম দিশৰ পৰা যিহোৱাৰ নামলৈ, আৰু সূৰ্য্য উদয় হোৱা ফালৰ পৰা তেওঁৰ প্ৰতাপলৈ ভয় কৰিব ; কিয়নো যিহোৱাই ফুঁ মাৰি পঠাই দিয়া বেগেৰে বৈ যোৱা সোঁতৰ নিচিনাকৈ তেওঁ আহিব। [20] চিয়োনলৈ, আৰু যাকোবৰ মাজত থকা অপৰাধৰ পৰা ঘূৰাবিলাকৰ ওচৰলৈ এজন মুক্তিদাতা আহিব, এয়ে যিহোৱাৰ বচন। [21] আৰু যিহোৱাই কৈছে, মোৰ হলে সিবিলাকে সৈতে নিয়ম এই, তোমাৰ ওপৰত থকা মোৰ আত্মা, আৰু ময় তোমাৰ মুখত থোৱা মোৰ বাক্যবোৰ, তোমাৰ মুখৰ পৰা, বা তোমাৰ বংশৰ মুখৰ পৰা, নাইবা তোমাৰ বংশত উৎপন্ন হোৱা বংশৰ মুখৰ পৰাও, আজিৰে পৰা সৰ্ব্বকাললৈকে কেতিয়াও নুগুচিব, এয়ে যিহোৱাৰ বচন।

নতুন যিৰূচালেমৰ গৌৰৱ।

৬০ তুমি উঠা, দীপ্তি দিয়া ; কিয়নো তোমাৰ পোহৰ আহিছে, আৰু যিহোৱাৰ গৌৰৱ তোমাৰ ওপৰত উদয় হৈছে। [2] কাৰণ দেখা, আন্ধাৰে পৃথিবীক, আৰু ঘোৰ অন্ধকাৰে লোকসমূহক ঢাকিব ; কিন্তু যিহোৱা তোমাৰ ওপৰত উদয় হব, আৰু তোমাৰ ওপৰত তেওঁৰ গৌৰৱ প্ৰকাশিত হব। [3] আৰু জাতিবিলাক তোমাৰ পোহৰৰ ওচৰলৈ, আৰু ৰজাবিলাক তোমাৰ উদয় হোৱা দীপ্তিৰ গুৰিলৈ আহিব। [4] তুমি আপোনাৰ চকু ফুৰাই চাৰিওফালে চোৱা ; সিবিলাক সকলোৱে গোট খাইছে, তোমাৰ ওচৰ চাপিছে ; তোমাৰ পুত্ৰবিলাক দূৰৰ পৰা আহিছে, আৰু তোমাৰ জীয়েৰাইতক কাষত্‌কৈ অনা হৈছে। [5] সেই কালত তুমি দেখি প্ৰফুল্লিত হবা, আৰু তোমাৰ হৃদয় ঢপ্‌ঢপ কৰি আনন্দত ফুলি পৰিব ; কিয়নো সমুদ্ৰৰ প্ৰচুৰ ধন তোমাক দিয়া যাব, আৰু জাতিবিলাকৰ সম্পত্তি তোমাৰ ওচৰলৈ আহিব। [6] উটসমূহে, মিদিয়ন আৰু ঐফাৰ ডেকা উটবোৰে তোমাক ঢাকি পেলাব ; সেই আটাইবোৰ চিবাৰ পৰা আহিব ; সেইবোৰে সোণ আৰু কুন্দুৰু বৈ আনিব, আৰু যিহোৱাৰ প্ৰশংসা ঘোষণা কৰিব। [7] কেদৰৰ আটাই মেৰৰ জাক তোমাৰ ওচৰত গোট খাব, আৰু নবায়োতৰ মটা মেৰবোৰে তোমাৰ পৰিচৰ্য্যা কৰিব ; সেইবোৰ গ্ৰহণীয় হৈ মোৰ যজ্ঞবেদিৰ ওপৰত উঠিব, আৰু মোৰ গৌৰৱযুক্ত গৃহ ময় গৌৰৱান্বিত কৰিম। [8] মেঘৰ নিচিনাকৈ আৰু আপোনাৰ বাহৰ সোমোৱা বাটলৈ অহা কপৌৰ নিচিনাকৈ উড়ি অহা এইবিলাক কোন? [9] স্বৰূপেই দ্বীপবোৰে মোলৈ অপেক্ষা কৰিব ; আৰু তোমাৰ ঈশ্বৰ যিহোৱাই, ইস্ৰায়েলৰ পবিত্ৰ জনাই তোমাক গৌৰৱান্বিত কৰাৰ কাৰণে, তেওঁৰ আৰু তেওঁৰ নামৰ নিমিত্তে ৰূপ আৰু সোণেৰে সৈতে দূৰৰ পৰা তোমাৰ সন্তানবিলাকক আনিবলৈ তৰ্চীচৰ জাহাজবোৰ আগ হব। [10] আৰু পৰজাতিবিলাকে তোমাৰ গড় পুনৰায় গাঁথিব, আৰু সিহঁতৰ ৰজাবিলাকে তোমাৰ পৰিচৰ্য্যা কৰিব ; কিয়নো, ময় যেনেকৈ তোমাক কোপত প্ৰহাৰ কৰিছিলোঁ, তেনেকৈ অনুগ্ৰহত তোমালৈ দয়াও কৰিলোঁ। [11] লোকবিলাকে যেন জাতিবিলাকৰ ধন-সম্পত্তি আৰু বন্দী কৰি অনা সিহঁতৰ ৰজাবিলাকক তোমাৰ ভিতৰলৈ আনিব পাৰে, এই নিমিত্তে তোমাৰ বড় দুৱাৰবোৰ সদায় মেলা হৈ থাকিব, দিনত কি ৰাতিত কেতিয়াও বন্ধ কৰা নহব। [12] কিয়নো যি জাতি আৰু যি ৰাজ্যই তোমাৰ অধীনতা স্বীকাৰ নকৰিব, সেই উভয়েই বিনষ্ট হব ; এনে কি, সেই জাতিবিলাকক নিচেইকৈ ধ্বংস কৰা যাব। [13] লিবানোনৰ গৌৰৱ তোমালৈ আহিব ; দেবদাৰু, তিধৰ, আৰু তাচুৰ বৃক্ষ একে লগ হৈ মোৰ পবিত্ৰস্থান ভূষিত কৰিবৰ অৰ্থে আহিব ; আৰু ময় মোৰ চৰণৰ ঠাই প্ৰতাপযুক্ত কৰিম। [14] আৰু তোমাক কষ্ট দিয়াবিলাকৰ সন্তানবোৰ মূৰ দোঁৱাই তোমাৰ ওচৰলৈ আহিব, আৰু তোমাক হেয়জ্ঞান কৰা সকলোৱে তোমাৰ ভৰিৰ তলত

দণ্ডৱত দি পড়িব, আৰু তোমাক যিহোৱাৰ পুৰী, ইস্রায়েলৰ পবিত্র জনাৰ চিয়োন বুলি সম্বোধন কৰিব। [১৫] তুমি এনে পৰিত্যক্তা আৰু ঘৃণিতা হলা, যে, কোনো পথিক তোমাৰ মাজেদি নেযায়; তাৰ সলনি মই তোমাক চিৰকাল থকা প্ৰশংসাৰ, আৰু পুৰুষানুক্ৰমে আমোদৰ বিষয় কৰিম। [১৬] আৰু তুমি জাতিবিলাকৰ দুগ্ধ পান কৰিবা, আৰু ৰজাবিলাকৰ স্তন চুহিবা; তাতে মই যিহোৱা যে তোমাৰ ত্ৰাণকৰ্ত্তা, তোমাৰ মুক্তিদাতা, যাকোবৰ পৰাক্ৰমী জনা, ইয়াক তুমি জানিবা। [১৭] মই পিত্তলৰ সলনি সোণ, লোহাৰ সলনি ৰূপ, কাঠৰ সলনি পিত্তল, আৰু শিল-বোৰৰ সলনি লোহা আনিম; আৰু মই তোমাৰ অধ্যক্ষবিলাকক শান্তিস্বৰূপে, আৰু তোমাৰ কৰগ্ৰাহীবিলাকক ধাৰ্ম্মিকতাস্বৰূপে নিযুক্ত কৰিম। [১৮] তোমাৰ দেশত অত্যাচাৰৰ আৰু তোমাৰ সীমাৰ ভিতৰত বিনষ্ট হোৱাৰ বা ধ্বংসৰ কথা আৰু শুনা নেযাব; কিন্তু তুমি আপোন গড়ৰ নাম পৰিত্ৰাণ, আৰু আপোন বড় দুৱা-ৰৰ নাম প্ৰশংসা ৰাখিবা। [১৯] দিনত সূৰ্য্য তোমাৰ দীপ্তি আৰু নহব, আৰু পোহৰৰ অৰ্থে চন্দ্ৰই তোমাক জোনাক নিদিব; কিন্তু যিহো-ৱাৰেই তোমাৰ অনন্তকলীয়া জ্যোতিঃ, আৰু তোমাৰ ঈশ্বৰেই তোমাৰ ভূষণস্বৰূপ হব। [২০] তোমাৰ সূৰ্য্য আৰু অস্ত নেযাব, তোমাৰ চন্দ্ৰও আৰু মাৰ নেযাব; কিয়নো যিহোৱা তোমাৰ অনন্তকলীয়া জ্যোতিঃ হব, আৰু তোমাৰ শোকৰ দিন সমাপ্ত হব। [২১] মই গৌৰবান্বিত হবৰ নিমিত্তে মই ৰোৱা গছৰ পোখা আৰু মোৰ হাতে কৰা কৰ্ম্মস্বৰূপ যি তোমাৰ প্ৰজাবিলাক, সিবিলাক সকলোবেই ধাৰ্ম্মিক হব; সিবিলাকে অনন্ত কাললৈকে দেশ অধিকাৰ কৰিব। [২২] যি সৰু, সি হাজাৰ হৈ উঠিব; আৰু যি ক্ষুদ্ৰ, সি বলৱান জাতি হৈ উঠিব; মই যিহো-ৱাই উচিত কালত ইয়াক সাফল কৰিবলৈ বেগী হম।

### চিয়োনৰ পৰিত্ৰাণৰ আৰু মঙ্গলৰ প্ৰচাৰ।

**৬১** প্ৰভু যিহোৱাৰ আত্মা মোত স্থিতি হৈছে; কিয়নো নম্ৰ লোকবিলাকৰ আগত শুভবাৰ্ত্তা প্ৰচাৰ কৰিবলৈ যিহোৱাই মোক অভিষেক কৰিলে; ভগ্ন-চিত্তীয়াবিলাকৰ ঘা বান্ধি-বলৈ, বন্দী লোকবিলাকলৈ মুক্তি, আৰু বন্দী-য়াৰবিলাকলৈ বন্দীশাল মুকলি কৰা কথা ঘোষণা কৰিবলৈ, [২] যিহোৱাৰ অনুগ্ৰহ-বছৰ আৰু আমাৰ ঈশ্বৰৰ প্ৰতিফল দিয়া দিন ঘোষণা কৰিবলৈ, [৩] আটাই শোকাতুৰ লোকক সান্ত্বনা কৰিবলৈ, আৰু চিয়োনৰ শোকাতুৰ লোক-বিলাকৰ নিমিত্তে নিযুক্ত কৰিবলৈ,—ভস্মৰ সলনি মালা, শোকৰ সলনি আনন্দৰ তেল, আৰু বেজাৰ মনৰ সলনি প্ৰশংসাৰ বস্ত্ৰ দান কৰিবলৈ তেওঁ মোক পঠালে; তাতে সিবিলাক ধৰ্ম্মবৃক্ষ, আৰু যিহোৱাৰ ভূষণৰ অৰ্থে তেওঁৰ পতা উদ্যান বুলি প্ৰখ্যাত হব। [৪] আৰু সিবি-লাকে পুৰাতন ধ্বংসস্থানবোৰ পুনৰায় নিৰ্ম্মাণ কৰিব, আগৰ কালৰে পৰা উচ্ছন্ন হৈ থকা ঠাইবোৰ পুনৰায় স্থাপন কৰিব, আৰু ভগাচিগা, পুৰুষানুক্ৰমে ধ্বংস হৈ থকা নগৰবোৰ মেৰামত কৰিব। [৫] আৰু পৰজাতিবিলাকে থিয় হৈ তোমালোকৰ জাকবোৰ চৰাব, আৰু বিদেশী-বিলাকৰ সন্তানবোৰ তোমালোকৰ হালোৱা, আৰু দ্ৰাক্ষা-বাৰীৰ ক্ষেতিয়ক হব। [৬] কিন্তু তোমালোক হলে যিহোৱাৰ পুৰোহিত বুলি প্ৰখ্যাত হবা; লোকবিলাকে তোমালোকক আমাৰ ঈশ্বৰৰ পৰিচাৰক বুলিব; তোমালোকে জাতিবিলাকৰ ধন-সম্পত্তি ভোগ কৰিবা, আৰু সিহঁতৰ প্ৰতাপত তোমালোকে গৌৰব কৰিবা। [৭] তোমালোকৰ লাজৰ সলনি তোমালোকৰ দুগুণ সন্মান হব, আৰু সিবিলাকে অপমানৰ সলনি আপোন আপোন অংশত আনন্দ কৰিব; এই হেতুকে সিবিলাকে আপোনাবিলাকৰ দেশত দুগুণ আধিপত্য ভোগ কৰিব, আৰু সিবিলাকৰ অনন্তকলীয়া আনন্দ হব। [৮] কিয়নো মই যিহো-ৱাই ন্যায় বিচাৰ ভাল পাওঁ, অন্যায়ৰূপে কাঢ়ি লোৱা ঘিণ কৰোঁ; এই হেতুকে মই নিশ্চয়ে সিবিলাকৰ কাৰ্য্যৰ ফল সিবিলাকক দিম, আৰু সিবিলাকে সৈতে অনন্ত কাল থকা এক নিয়ম কৰিম। [৯] তাতে সিবিলাকৰ বংশ জাতি-বিলাকৰ মাজত, আৰু সিবিলাকৰ সন্তান-বিলাক লোকবিলাকৰ মাজত প্ৰখ্যাত হব; সিবিলাকক যেয়ে দেখিব, সেয়ে সিবিলাকক

যিহোৱাৰ আশীৰ্ব্বাদপ্ৰাপ্ত বংশ বুলি স্বীকাৰ কৰিব ।

[১০] মই যিহোৱাত অতিশয় আনন্দ কৰিম, মোৰ প্ৰাণে মোৰ ঈশ্বৰত উল্লাস কৰিব ; কিয়নো, দৰাই যেনেকৈ মালাৰে আপোনাকে বিভূষিত কৰে, আৰু কন্যাই যেনেকৈ অলঙ্কাৰেৰে আপোনাকে শোভিত কৰে, তেনেকৈ তেওঁ মোক পৰিত্ৰাণৰূপ বস্ত্ৰ পিন্ধালে, ধাৰ্ম্মিকতাৰূপ জামাৰে মোক ঢাকিলে । [১১] কিয়নো, পৃথিবীয়ে যেনেকৈ আপোন গছবোৰৰ কলি মেলায়, আৰু বাৰীয়ে যেনেকৈ তাত ৰোৱা সকলোকে গজায়, তেনেকৈ প্ৰভু যিহোৱাই সকলো জাতিবিলাকৰ সাক্ষাতে ধাৰ্ম্মিকতা আৰু প্ৰশংসা উৎপন্ন কৰিব ।

৬২ পোহৰৰ দৰে চিয়োনৰ ধাৰ্ম্মিকতা, আৰু জলি থকা প্ৰদীপৰ দৰে তেওঁৰ পৰিত্ৰাণ প্ৰকাশিত নহয়মানে, মই তেওঁৰ কাৰণে নিমাত হৈ নেথাকিম, আৰু যিৰূচালেমৰ নিমিত্তে ৰৈ নেথাকিম । [২] জাতিবিলাকে তোমাৰ ধাৰ্ম্মিকতা, আৰু সকলো ৰজাই তোমাৰ গৌৰব দেখিব ; আৰু যিহোৱাৰ মুখে দিয়া এক নতুন নামেৰে তুমি প্ৰখ্যাত হবা । [৩] তুমি যিহোৱাৰ হাতত এটা সুন্দৰ কিৰীটি, তোমাৰ ঈশ্বৰৰ হাতত এটা ৰাজমুকুটস্বৰূপ হবা । [৪] তোমাক আৰু পৰিত্যক্তা বোলা নেযাব, নাইবা তোমাৰ দেশক উচ্ছন্ন দেশ বুলি আৰু মতা নহব ; কিন্তু তুমি হেফচী-বা [ তেওঁত মই সন্তুষ্ট ] বুলি প্ৰখ্যাত হবা, আৰু তোমাৰ দেশ বিয়ুলা [ বিবাহিতা ] বুলি প্ৰখ্যাত হব ; কিয়নো যিহোৱা তোমাত সন্তুষ্ট হৈছে, আৰু তোমাৰ দেশ বিবাহিতা হব । [৫] কাৰণ যেনেকৈ ডেকাই কুমাৰীক বিবাহ কৰে, তেনেকৈ তোমাৰ পুত্ৰবিলাকে তোমাক বিবাহ কৰিব ; আৰু যেনেকৈ দৰাই কন্যাত আনন্দ কৰে, তেনেকৈ তোমাৰ ঈশ্বৰেও তোমাত আনন্দ কৰিব ।

[৬] হে যিৰূচালেম, তোমাৰ গড়ৰ ওপৰত মই প্ৰহৰীবিলাকক নিযুক্ত কৰি থলোঁ ; সিবিলাকে দিন কি ৰাতি কেতিয়াও নিমাতে নেথাকিব । হে যিহোৱাক সোঁৱৰণ কৰাওঁতাবিলাক, তোমালোক ক্ষান্ত নহবা ; [৭] আৰু তেওঁ যেতিয়ালৈকে যিৰূচালেমক স্থাপন নকৰে, আৰু পৃথিবীৰ মাজত তাক প্ৰশংসাৰ পাত্ৰ নকৰে, তেতিয়ালৈকে তেওঁক জিৰণি নিদিবা । [৮] যিহোৱাই আপোন সোঁ হাত, আপোন বলবান বাহু দাঙি এই শপথ কৰিলে, তোমাৰ শত্ৰুবোৰৰ আহাৰ হবৰ নিমিত্তে, নিশ্চয়ে মই সিহঁতক তোমাৰ শস্য আৰু নিদিম, আৰু তুমি পৰিশ্ৰমেৰে অৰ্জ্জা তোমাৰ দ্ৰাক্ষাৰস বিদেশীবোৰে আৰু পান কৰিবলৈ নেপাব ; [৯] কিন্তু যিবিলাকে শস্য চপালে, সিবিলাকে তাক ভোজন কৰি যিহোৱাৰ প্ৰশংসা কৰিব, আৰু যিবিলাকে দ্ৰাক্ষাফল গোটালে, সিবিলাকে মোৰ ধৰ্ম্মধামৰ চোতাল কেইখনত তাৰ ৰস পান কৰিব ।

[১০] তোমালোক যোৱা, বহু দুৱাৰেদি যোৱা ; লোকবিলাকৰ নিমিত্তে পথ যুগুত কৰা, ৰাজআলি ওখ কৰা, ওখ কৰা ; শিলবোৰ গুচাই পেলোৱা, জাতিবিলাকৰ নিমিত্তে এক ধ্বজা তোলা । [১১] দেখা, যিহোৱাই পৃথিবীৰ অন্তলৈকে ঘোষণা কৰিছে, বোলে, তোমালোকে চিয়োন-জীয়াৰীক কোৱা, দেখা, তোমাৰ পৰিত্ৰাণ ওচৰ চাপিছেহি ; দেখা, তেওঁৰ লগত তেওঁ দিব লগীয়া পুৰস্কাৰ আছে, আৰু তেওঁৰ আগত তেওঁ দিব লগীয়া কাৰ্য্যফল আছে । [১২] আৰু সিবিলাক পবিত্ৰ প্ৰজা, যিহোৱাৰ মুক্ত লোক বুলি প্ৰখ্যাত হব ; আৰু তুমি অন্বেষিতা আৰু অপৰিত্যক্তা নগৰী বুলি প্ৰখ্যাত হবা ।

ইদোমৰ প্ৰতিকাৰ সধা দিন । লোকবিলাকৰ প্ৰাৰ্থনা ।

৬৩ ইদোমৰ পৰা, ৰঙা ৰঙেৰে বোলোৱা বস্ত্ৰ পিন্ধি বস্ৰাৰ পৰা সৌ অহা কোন আহিছে ? আপোন সাজত আদৰণীয় হৈ, আপোন শক্তিৰ বাহুল্যত গমন কৰি সৌ অহা কোন আহিছে ? "ধাৰ্ম্মিকতাৰে কথা কওঁতা, পৰিত্ৰাণ কৰিবলৈ অতিশয় সমৰ্থ থাকোঁতা মই ।" [২] তোমাৰ সাজ ৰঙা বৰণীয়া, আৰু তোমাৰ বস্ত্ৰ কুণ্ডত দ্ৰাক্ষাগুটি গচকোঁতাৰ কাপোৰৰ নিচিনা কিয় ? [৩] "মই অকলেই কুণ্ডত দ্ৰাক্ষাগুটি গচকিছিলোঁ, আৰু জাতিবিলাকৰ মাজত কোনোৱেই মোৰ সঙ্গী নাছিল ; এনে কি, মই ক্ৰোধত সিহঁতক গচকিছিলোঁ, আৰু কোপত সিহঁতক মৰ্দ্দন কৰিছিলোঁ, এনে সময়ত মোৰ বস্ত্ৰত সিহঁতৰ তেজৰ

চিটা লাগিল, আৰু মোৰ গোটেই সাজত দাগ লগালোঁ। ৪ কিয়নো প্ৰতিকাৰ সাধিবৰ দিন মোৰ মনত আছিল, আৰু মোৰ মুক্ত কৰিব লগীয়াবিলাকৰ বছৰ উপস্থিত আছিল। ৫ পাছে মই চাই দেখিলোঁ, যে, মোক সহায় কৰোঁতা কোনো নাছিল; আৰু মোক যে উপকাৰ কৰোঁতা কোনো নাছিল, ইয়াতে মই আশ্চৰিত মানিছিলোঁ; এই হেতুকে মোৰ নিজৰ বাহুৱে মই কৰিব লগীয়া পৰিত্ৰাণ সিদ্ধ কৰিলে, আৰু মোৰ ক্ৰোধেই মোক উপকাৰ কৰিলে। ৬ আৰু মই আপোন ক্ৰোধত জাতিবিলাকক গচকিলোঁ, আৰু আপোন কোপত সিহঁতক মতোৱাল কৰিলোঁ, আৰু সিহঁতৰ তেজ মাটিত পেলালোঁ।"

৭ মই যিহোৱাৰ নানাবিধ দয়া কীৰ্ত্তন কৰিম; আৰু যিহোৱাই আমাক যি যি উপকাৰ কৰিলে, সেই সকলো অনুসাৰে, আৰু আপোনাৰ নানাবিধ করুণা আৰু প্ৰচুৰ দয়া অনুসাৰে ইস্ৰায়েল বংশক যি মহৎ মঙ্গল কৰিলে, সেই অনুসাৰে মই যিহোৱাৰ প্ৰশংসাৰ কীৰ্ত্তন কৰিম। ৮ কিয়নো তেওঁ কৈছিল, অৱশ্যে সিবিলাক মোৰ প্ৰজা, ছল নকৰা সন্তান; এই বুলি তেওঁ সিবিলাকৰ ত্ৰাণকৰ্ত্তা হৈছিল। ৯ সিবিলাকৰ আটাই দুঃখত তেওঁ দুঃখিত হৈছিল, আৰু তেওঁৰ শ্ৰীমুখস্বৰূপ দূতে সিবিলাকক পৰিত্ৰাণ কৰিছিল; তেওঁ আপোন প্ৰেম আৰু কৃপাতে সিবিলাকক মুক্ত কৰিছিল, আৰু তেওঁ পূৰ্ব্বৰ সকলো কালত সিবিলাকক দাঙি বৈ আনিছিল। ১০ কিন্তু সিবিলাকে বিদ্ৰোহ কৰি তেওঁৰ পবিত্ৰ আত্মাক বেজাৰ দিছিল; এই হেতুকে তেওঁ ঘূৰি সিবিলাকৰ শত্ৰু হৈছিল, আৰু নিজে সিবিলাকৰ অহিতে যুদ্ধ কৰিছিল। ১১ তেতিয়া প্ৰজাবিলাকে পুৰণি কাল, মোচি, আৰু তেওঁৰ লোকবিলাকক সোঁৱৰণ কৰি কৈছিল, যি জনাই আপোন জাকৰ মেৰ-ৰখীয়াবিলাকে সৈতে সিবিলাকক সমুদ্ৰৰ পৰা উলিয়াই আনিছিল, তেওঁ ক'ত? যি জনাই আপোন পবিত্ৰ আত্মা সিবিলাকৰ অন্তৰত স্থাপন কৰিছিল, ১২ যি জনাই মোচিৰ সোঁহাতে আপোন প্ৰতাপী বাহু চলাইছিল, যি জনাই আপোনাৰ নিমিত্তে চিৰস্থায়ী নাম সিদ্ধ কৰিবৰ অৰ্থে সিবিলাকৰ আগত জলসমূহ দুফাল কৰিছিল, ১৩ যি জনাই, সিবিলাকে উজুটি নোখোৱাকৈ, অৰণ্যত ঘোঁৰা দৌৰাৰ নিচিনাকৈ অগাধ জলৰ মাজেদি সিবিলাকক লৈ আহিছিল, সেই জনা ক'ত? ১৪ উপত্যকালৈ নামি যোৱা, পশুৰ জাকৰ দৰে যিহোৱাৰ আত্মাই সিবিলাকক জিৰণি দিছিল; নিজৰ প্ৰতাপী নাম সিদ্ধ কৰিবৰ অৰ্থে তুমি আপোন প্ৰজাবিলাকক সেই ৰূপে লৈ আহিছিলা। ১৫ তুমি স্বৰ্গৰ পৰা তললৈ দৃষ্টি কৰা, আৰু তোমাৰ পবিত্ৰতাৰ আৰু গৌৰবৰ নিবাসৰ পৰা চোৱা; তোমাৰ উদ্যোগ আৰু মহৎ কাৰ্য্যবোৰ ক'ত? তোমাৰ পেটৰ মৰম আৰু নানা দয়া মোৰ পৰা আটক কৰা হল। ১৬ কিয়নো তুমিয়েই আমাৰ পিতৃ; কাৰণ অব্ৰাহামে আমাক নেজানে, আৰু ইস্ৰায়েলে আমাক স্বীকাৰ নকৰে; হে যিহোৱা, তুমিয়েই আমাৰ পিতৃ; আৰু পূৰ্ব্বকালৰে পৰা তুমি আমাৰ মুক্তিদাতা, এয়ে তোমাৰ নাম। ১৭ হে যিহোৱা, তুমি আপোন পথৰ পৰা আমাক কিয় অপথে লৈ গৈছা? আৰু তোমাক ভয় নকৰিবলৈ আমাৰ মন কিয় কঠিন কৰিছা? তোমাৰ দাসবিলাকৰ, তোমাৰ আধিপত্যৰ ফৈদবিলাকৰ কাৰণে উভটি আহাঁ। ১৮ তোমাৰ পবিত্ৰ প্ৰজাবিলাকে অলপ কালহে আপোন আপোন আধিপত্য ভোগ কৰিলে; আমাৰ শত্ৰুবোৰে তোমাৰ ধৰ্ম্মধাম ভৰিৰে গচকিলে। ১৯ যিবিলাকৰ ওপৰত তুমি কেতিয়াও ৰাজত্ব কৰা নাই, আৰু যিবিলাক তোমাৰ নামেৰে প্ৰখ্যাত হোৱা নাই, আমি এনে লোকবিলাকৰ নিচিনা হলোঁ।

**৬৪** অহ, তুমি আকাশ-মণ্ডল বিদাৰি নামি আহিলে, পৰ্ব্বতবোৰ তোমাৰ সাক্ষাতে দ্ৰৱ হৈ গলে, কেনে ভাল আছিল! ২ জাতিবিলাকে তোমাৰ সাক্ষাতে কঁপিবৰ নিমিত্তে তোমাৰ শত্ৰুবোৰৰ আগত তোমাৰ নাম জনাবলৈ, অগ্নিয়ে জেং খৰি পোৰাৰ নিচিনাকৈ, আৰু জুয়ে পানী উতলোৱাৰ নিচিনাকৈ তুমি নামি আহিলে, কেনে ভাল আছিল! ৩ আমি ভাব নকৰা ভয়ানক কাৰ্য্যবোৰ তুমি কৰি নামি আহিলে, আৰু তোমাৰ সাক্ষাতে পৰ্ব্বতবোৰ দ্ৰৱ হৈ গলে, কেনে ভাল আছিল! ৪ তোমালৈ অপেক্ষা কৰোঁতা জনলৈ কাৰ্য্য সিদ্ধ কৰোঁতা যি তুমি, তোমাৰ বাহিৰে আন ঈশ্বৰ আছে

বুলি আগর কালর পরা মানুহবিলাকে শুনা নাই, কাণেরে অনুভব করা নাই, বা চকুরে দেখা নাই। ৫ যি জনে আনন্দ করি ধার্ম্মিকতা সিদ্ধ করে, আরু যিবিলাকে তোমার পথত তোমাক সোঁবরণ করে, তুমি সেই সকলোর লগত সাক্ষাৎ করি থাকা; দেখা, তুমি ক্রুদ্ধ আরু আমি পাপিষ্ঠ, চিরকালরে পরা এই অবস্থাত আছোঁ, তেন্তে আমি পরিত্রাণ পাম নে? ৬ কিয়নো আমি সকলোবেই অশুচি লোকর সদৃশ হলোঁ, আরু আমার সকলো ধার্ম্মিকতা চুবা হোবা কাপোরর দরে হল; আমি আটাইবিলাক পাতর নিচিনাকৈ জঁয় পড়িছোঁ, আরু আমার অপরাধবোরে বতাহর দরে আমাক উড়ুবাই লৈ গৈছে। ৭ তোমার নামেরে প্রার্থনা করোঁতা কোনো নাই; কোনেও তোমার আশ্রয় লবলৈ আপোন মন উচটাই নিদিয়ে; কিয়নো তুমি আমার পরা তোমার মুখ লুকুবাই রাখিছা, আরু আমার অপরাধর প্রতাপত আমাক গলি যাবলৈ দিছা। ৮ কিন্তু হে যিহোবা, তুমি আমার পিতৃ; আমি মাটি, আরু তুমি আমার কুমার; আমি সকলোবেই তোমার হাতর কার্য্য। ৯ হে যিহোবা, তুমি অত্যন্ত ক্রুদ্ধ নহবা, বা চিরকাললৈকে অপরাধ মনত নেরাখিবা; দেখা, দৃষ্টি করা; আমি তোমাক মিনতি করোঁ, আমি সকলোবেই তোমার প্রজা। ১০ তোমার পবিত্র নগরবোর অরণ্য হৈ পড়িল; চিয়োন অরণ্য হৈ গল; যিরূচালেম ধ্বংসস্থান হল। ১১ য'ত আমার পূর্ব্বপুরুষবিলাকে তোমার প্রশংসা করিছিল, আমার সেই পবিত্র সুন্দর গৃহ অগ্নিরে দগ্ধ হল; আরু আমার মনমোহা সকলো ঠাই উচ্ছন্ন হল। ১২ হে যিহোবা, এইবোর দেখিও, তুমি আঁতরি থাকিবা নে? আরু মনে মনে থাকি, আমাক অত্যন্ত দুঃখ দিবা নে?

অপথে যোবা লোকক যিহোবাই ধমকি দিয়া, আরু তেওঁর লোকবিলাকক মঙ্গলর প্রতিজ্ঞা করা।

**৬৫** যিবিলাকে মোক নিবিচারিলে সিবিলাকক মোর পরামর্শ লোবাব খুজিলোঁ; আরু যিবিলাকে মোক অন্বেষণ নকরিলে, সেইবিলাকক মোক পোবাব খুজিলোঁ; যি জাতি মোর নামেরে প্রখ্যাত নহল, এনে জাতির আগত, এইয়া দেখা, ময় আছোঁ, ময় আছোঁ, এই বুলি ময় কলোঁ। ২ যি জাতিয়ে আপোন আপোন কল্পনামতে কুপথত চলে, এনে এক বিদ্রোহী জাতির আগত ময় ওরেদিন্‌টো হাত মেলিলোঁ। ৩ যি জাতিয়ে বারীত বলিদান দি, আরু ইটার ওপরত ধূপ জ্বলাই মোর মুখর আগত সদায় বেজার দিয়ে, ৪ যি জাতিয়ে মৈদামবোরর মাজত বহে, আরু অতি গুপুত ঠাইত রাতি কটায়, যি জাতিয়ে গাহরির মঙহ খায়, আরু আপোন আপোন পাত্রত ঘিণলগীয়া মঙহর জোল রাখে, ৫ যি জাতিয়ে কয়, আপোন ঠাইতে থাকা, মোর ওচরলৈ নাহিবা, কিয়নো ময় তোমাতকৈ পবিত্র, সিহঁত এনেকুবা জাতি, যে, সিহঁত মোর নাকত ধোঁবা, আরু ওরেদিন্‌টো জ্বলি থকা অগ্নিস্বরূপ। ৬ দেখা, মোর আগত এয়ে লিখা আছে, ময় মনে মনে নেথাকিম, কিন্তু প্রতিফল দিম; ৭ এনে কি, যিহোবাই কৈছে, ময় একেবারে তোমালোকর নিজর নিজর অপরাধর, পর্ব্বতবোরত ধূপ জ্বলোবা আরু উপপর্ব্বতবোরত মোক নিন্দা করা তোমালোকর পূর্ব্বপুরুষবিলাকরো অপরাধর প্রতিফল তোমালোকর বুকত দিম, আরু ময় প্রথমে সিহঁতর কার্য্য জুখি সিহঁতর বুকত প্রতিফল দিম।

৮ যিহোবাই এই কথা কৈছে, যেনেকৈ দ্রাক্ষার থোকত রস দেখিলে, লোকে কয়, তাক নষ্ট নকরিবা, কিয়নো তাত আশীর্ব্বাদ আছে, সেই দরে, সিহঁত আটাইকে নষ্ট নকরিবর মনেরে মোর দাসবিলাকর নিমিত্তে ময় করিম। ৯ আরু ময় যাকোবর পরা এক বংশ, আরু যিহূদার পরা মোর পর্ব্বতবোরর এক অধিকারী উৎপন্ন করিম; আরু মোর মনোনীত লোকবিলাকে তাক অধিকার করিব, আরু মোর দাসবিলাকে তাত বসতি করিব। ১০ আরু মোক বিচরা মোর প্রজাবিলাকর নিমিত্তে চারোণ মেরর জাকর গঁরালস্বরূপ হব, আরু আখোর উপত্যকা গরুর জাকবোরর শোবা ঠাই হব। ১১ কিন্তু যিহোবাক ত্যাগ করা, মোর পবিত্র পর্ব্বতক পাহরা, ভাগ্য-দেবতালৈ মেজ সজোবা, নিরূপণী দেবীলৈ মিহলি করা দ্রাক্ষারসেরে পান-পাত্র পূর করা যি তোমালোক,

১২ তোমালোকক তৰোৱালৰ নিমিত্তে নিৰূপণ কৰিম, আৰু তোমালোকে হত্যালৈ মূৰ দোঁৱাবা। কাৰণ ময় মাতিলত তোমালোকে উত্তৰ নিদিলা, ময় কলত তোমালোকে মুণ্ড-নিলা; কিন্তু মোৰ দৃষ্টিত যি বেয়া, তাকেই তোমালোকে কৰিলা, আৰু যিহত মোৰ সন্তোষ নাই, তাকেই তোমালোকে মনোনীত কৰিলা।

১৩ এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, মোৰ দাসবিলাকে হলে ভোজন কৰিব, কিন্তু তোমালোক ভোকত আতুৰ হবা; দেখা, মোৰ দাসবিলাকে হলে পান কৰিব, কিন্তু তোমালোক পিয়াহত আতুৰ হবা; দেখা, মোৰ দাসবিলাকে হলে মনত আনন্দ কৰিব, কিন্তু তোমালোকে লাজ পাবা; ১৪ দেখা, মোৰ দাস-বিলাকে হলে মনৰ সুখত আনন্দ-গান কৰিব, কিন্তু তোমালোকে মনৰ দুঃখত কাতৰোক্তি কৰিবা, আৰু মন ভগ্ন হোৱাৰ কাৰণে হাহাকাৰ কৰিবা। ১৫ মোৰ মনোনীত লোকবিলাকৰ অৰ্থে শাও-শপনি দিবৰ নিমিত্তে তোমালোকে আপোনাবিলাকৰ নাম থৈ যাবা, আৰু প্ৰভু যিহোৱাই তোমাক মাৰিব, আৰু আপোন দাস-বিলাকক আন নাম ধৰি মাতিব। ১৬ তাতে, যি মানুহে পৃথিবীত আপোনাক ধন্য বুলিব, সেই মানুহে সত্য ঈশ্বৰৰ নামেৰেহে আপোনাক ধন্য বুলিব; আৰু যি মানুহে পৃথিবীত শপত কৰে, সি সত্য ঈশ্বৰৰ নামেৰেহে শপত কৰিব; কিয়নো পূৰ্ব্বকালৰ সকলো সঙ্কট পাহৰা গল, আৰু মোৰ দৃষ্টিৰ পৰা সেইবোৰ লুকাল। ১৭ কিয়নো দেখা, ময় নতুন আকাশ-মণ্ডল আৰু নতুন পৃথিবী সৃষ্টি কৰোঁ; আৰু পূৰ্ব্বকালৰ কথাবোৰ সোঁৱৰণ কৰা বা মনত কৰাও নহব। ১৮ কিন্তু ময় যি সৃষ্টি কৰোঁ, তাত তোমালোকে অনন্ত কাল আনন্দ আৰু উল্লাস কৰা; কিয়নো দেখা, ময় যিৰূচালেমক উল্লাসৰ বিষয়, আৰু তাৰ লোকবিলাকক আনন্দৰ বিষয় কৰি সৃষ্টি কৰোঁ। ১৯ আৰু ময় যিৰূচালেমত উল্লাস, আৰু মোৰ প্ৰজাবিলাকত আনন্দ কৰিম, আৰু তাত ক্ৰন্দনৰ শবদ কি কাতৰোক্তিৰ শবদ আৰু শুনা নেযাব। ২০ সেই ঠাইৰ পৰা কোনো অলপ-দিনীয়া কেঁচুৱা, বা সম্পূৰ্ণ আয়ুস নোপোৱা কোনো বুঢ়া লোকক মৈদামলৈ নিয়া নহব; কিয়নো লৰা এশ বছৰ বয়সীয়া হৈ মৰিব, আৰু পাপী এশ বছৰ বয়স পাই শাপগ্ৰস্ত হব। ২১ আৰু লোকবিলাকে ঘৰ সাজি তাৰ ভিতৰত বাস কৰিব, আৰু দ্ৰাক্ষাবাৰী পাতি তাৰ ফল ভোগ কৰিব। ২২ অন্যে বাস কৰিবলৈ সিবি-লাকে ঘৰ নেসাজিব, অন্যে ভোগ কৰিবলৈ সিবিলাকে বাৰী নেপাতিব; কিয়নো বৃক্ষৰ আয়ুস যিমান, মোৰ প্ৰজাবিলাকৰ আয়ুসো সিমান হব, আৰু মোৰ মনোনীত লোকবিলাকে আপোন আপোন হাতেৰে কৰা কাৰ্য্যৰ ফল বহুকাললৈকে ভোগ কৰিব। ২৩ সিবিলাকে বৃথাই পৰিশ্ৰম নকৰিব, আৰু আপদৰ নিমিত্তে সন্তান প্ৰসৱ নকৰিব; কিয়নো সিবিলাক আৰু সিবিলাকৰ লগত থকা সন্তান, যিহোৱাৰ পৰা আশীৰ্ব্বাদ পোৱাবিলাকৰ বংশ। ২৪ আৰু সিবি-লাকে নৌ মাতোঁতেই ময় উত্তৰ দিম, আৰু সিবিলাকৰ কথা নৌ ওৰ পৰোঁতেই ময় শুনিম। ২৫ ৰাংকুকুৰ আৰু মেৰ পোৱালি একে ঠাইতে চৰিব, সিংহই গৰুৰ দৰে খেৰ খাব, আৰু ধূলি-য়েই সৰ্পৰ আহাৰ হব; যিহোৱাই কৈছে, মোৰ সমস্ত পৰ্ব্বতত কোনেও কাকো অপকাৰ কি বিনষ্ট নকৰিব।

### ইস্ৰায়েলৰ সুখ, আৰু তাৰ শত্ৰুবোৰৰ বিনাশ।

৬৬ যিহোৱাই এই কথা কৈছে, স্বৰ্গ মোৰ সিংহাসন, আৰু পৃথিবী মোৰ ভৰি-পিৰা; তোমালোকে মোৰ নিমিত্তে কেনেকুৱা গৃহ নিৰ্ম্মাণ কৰিবা? কোন ঠাই মোৰ জিৰণিৰ ঠাই হব? ২ কিয়নো এই সকলোকে মোৰ হাতে নিৰ্ম্মাণ কৰিলে, এই নিমিত্তে এই সকলো হল, ইয়াক যিহোৱাই কৈছে; কিন্তু এজনলৈহে, দুঃখীয়া, ভগ্ন-চিত্তীয়া, আৰু মোৰ বাক্যত কঁপা এনে মানুহলৈহে ময় দৃষ্টি কৰিম। ৩ যি মানুহে গৰু মাৰে, সি মানুহ বধ কৰাৰ নিচিনা; আৰু যি মানুহে মেৰ পোৱালি বলিদান কৰে, সি কুকুৰৰ ডিঙি ভঙাৰ নিচিনা; যি মানুহে নৈবেদ্য উৎসৰ্গ কৰে, সি গাহৰিৰ তেজ উৎসৰ্গ কৰাৰ নিচিনা; আৰু যি মানুহে ধূপ জলায়, সি অসাৰ মূৰ্ত্তিক ধন্যবাদ কৰাৰ নিচিনা; এনে

কি, সিহঁতে আপোন আপোন পথ মনোনীত করিলে, আৰু সিহঁতৰ প্ৰাণে আপোন আপোন ঘিণলগীয়া কৰ্ম্মত সন্তোষ পায় । [৪] ময়ো সিহঁতৰ দুঃখদায়ক বিষয় মনোনীত কৰিম, আৰু সিহঁতে যিহক ভয় কৰে, তাকেই সিহঁতলৈ ঘটাম; কাৰণ ময় মাতিলত, সিহঁতৰ কোনেও উত্তৰ নিদিলে, আৰু ময় কলত, সিহঁতে নুশুনিলে; কিন্তু মোৰ দৃষ্টিত যি বেয়া, তাকেই সিহঁতে কৰিলে, আৰু যিহত মোৰ সন্তোষ নাই, তাকেই সিহঁতে মনোনীত কৰিলে ।

[৫] যিহোৱাৰ বাক্যত কম্পিত হোৱা যি তোমালোক, তোমালোকে তেওঁৰ বাক্য শুনা; তোমালোকৰ যি ভাইবিলাকে তোমালোকক ঘিণ কৰে, আৰু মোৰ নামৰ নিমিত্তে তোমালোকক দূৰ কৰে, সিহঁতে কয়, আমি তহঁতৰ আনন্দ দেখিবৰ নিমিত্তে যিহোৱা মহিমান্বিত হওক; কিন্তু সিহঁত লজ্জিত হব । [৬] নগৰৰ পৰা কোলাহলৰ শবদ, মন্দিৰৰ পৰা শবদ, আপোনাৰ শত্ৰুবোৰক প্ৰতিফল দিয়া যিহোৱাৰ ধ্বনি শুনা গৈছে । [৭] বেদনা হোৱাৰ পূৰ্ব্বেই চিয়োনে প্ৰসৱ কৰিলে, গৰ্ভবেদনা নৌ হওঁতেই তেওঁৰ এটী পুত্ৰসন্তান জন্মিল; [৮] এনে কথা কোনে শুনিলে? এনে কৰ্ম্ম কোনে দেখিলে? একে দিনাই জানো কোনো দেশ উৎপন্ন হয়? বা কোনো জাতি জানো একেবাৰে প্ৰসৱ হব পাৰে? কিয়নো চিয়োনে গৰ্ভবেদনা পোৱামাত্ৰে আপোনাৰ সন্তানবিলাকক প্ৰসৱ কৰিলে । [৯] যিহোৱাই কৈছে, ময় প্ৰসৱ-দুৱাৰলৈ আনি জানো প্ৰসৱ নকৰাম? তোমাৰ ঈশ্বৰে কৈছে, প্ৰসৱ কৰাওঁতা যি ময়, ময় জানো গৰ্ভ বন্ধ কৰিম?

[১০] যিৰূচালেমৰ সান্ত্বনা দিওঁতা পিয়াহ চুপি তৃপ্ত হবৰ আশাৰে, আৰু তেওঁৰ দুগ্ধেৰে পূৰ হোৱা স্তন চুপি সুখী হবৰ মনেৰে, [১১] হে তেওঁক প্ৰেম কৰোঁতা আটাইবিলাক, তেওঁৰে সৈতে আনন্দ কৰা আৰু তেওঁৰ নিমিত্তে উল্লাস কৰা; আৰু হে তেওঁৰ কথাত শোক কৰা আটাইবিলাক, তেওঁৰ নিমিত্তে আনন্দত প্ৰফুল্লিত হোৱা । [১২] কিয়নো যিহোৱাই এই কথা কৈছে, দেখা, ময় নৈৰ নিচিনাকৈ শান্তি, আৰু পাৰ বাগৰি যোৱা সোঁতৰ নিচিনাকৈ জাতিবিলাকৰ গৌৰব তেওঁলৈ বঢ়াম; তাতে তোমালোকে চুপিবলৈ পাবা; তোমালোকক কোলাত লৈ নিয়া যাব, আৰু আঁঠুৰ ওপৰত নচুউৱা যাব । [১৩] যেনেকৈ মাকে আপোন পুত্ৰক সান্ত্বনা দিয়ে, তেনেকৈ ময় তোমালোকক সান্ত্বনা দিম; আৰু তোমালোকে যিৰূচালেমত সান্ত্বনা পাবা । [১৪] এই সকলো দেখি তোমালোকে হৃদয়ত আনন্দ কৰিবা, আৰু তোমালোকৰ অস্থিবোৰ নতুন তৃণৰ দৰে সতেজ হব; আৰু যিহোৱাৰ হাত তেওঁৰ দাসবিলাকৰ আগত পৰিচিত হব, আৰু আপোন শত্ৰুবোৰৰ বিৰুদ্ধে তেওঁৰ ক্ৰোধ হব । [১৫] কিয়নো দেখা, যিহোৱাই মহাকোপেৰে আপোনাৰ ক্ৰোধ, আৰু প্ৰজ্বলিত অগ্নিশিখাৰ দ্বাৰায় আপোনাৰ ধমকি সি  কৰিবলৈ অগ্নিৰে সৈতে আগমন কৰিব, আৰু তেওঁৰ ৰথবোৰ বামাৰলি বতাহৰ নিচিনা হব । [১৬] কাৰণ যিহোৱাই অগ্নিৰে আৰু আপোনাৰ তৰোৱালেৰে সকলো মৰ্ত্ত্য লোকে সৈতে হোৱা আপোন বিবাদ নিষ্পত্তি কৰিব; আৰু যিহোৱাৰ দ্বাৰায় হত হোৱা লোক অনেক হব । [১৭] যিহোৱাই কৈছে, গাহৰিৰ মঙহ, ঘিণলগীয়া বস্তু, আৰু এন্দুৰ খাওঁতা যি লোকবোৰে মাজত থকা এজনৰ অনুকৰণ কৰি, উদ্যানলৈ যাবৰ মনেৰে আপোনাকে পবিত্ৰ আৰু শুচি কৰে, সিহঁত একেবাৰে বিনষ্ট হব । [১৮] কিয়নো ময় সিহঁতৰ কাৰ্য্য আৰু কল্পনাবোৰ জানো । যি সময়ত সকলো জাতিক, আৰু সকলো ভাষা কওঁতা লোকবিলাকক ময় চপাম, এনে সময় আহিছে; আৰু সিবিলাকে চাপি আহি মোৰ প্ৰতাপ দেখিবলৈ পাব । [১৯] ময় সিবিলাকৰ মাজত এক চিন স্থাপন কৰিম, আৰু ময় সিবিলাকৰ মাজৰ ৰক্ষা পোৱাবিলাকক, মোৰ কীৰ্ত্তি নুশুনা, বা মোৰ প্ৰতাপ নেদেখা তৰ্চীচ, পুল, আৰু ধনুৰ্দ্ধৰ লূদ, তুবল, যাবন এই জাতিবিলাকলৈ, আৰু দূৰত থকা দ্বীপ-নিবাসীবিলাকৰ ওৰিলৈ পঠাম; তাতে সিবিলাকে জাতিবিলাকৰ মাজত মোৰ প্ৰতাপ প্ৰচাৰ কৰিব । [২০] তেতিয়া ইস্ৰায়েলৰ সন্তানবিলাকে যেনেকৈ যিহোৱাৰ গৃহলৈ শুচি পাত্ৰত নৈবেদ্য আনে, তেনেকৈ সিবিলাকে সকলো জাতিৰ মাজৰ পৰা তোমালোকৰ সকলো ভাইক ঘোঁৰাত, গাড়ীত, দোলাত, খচ্চৰত,

আৰু উটত তুলি, মোৰ পবিত্ৰ পৰ্ব্বত যিৰূচালেমলৈ যিহোবাৰ উদ্দেশে উপহাৰস্বৰূপে আনিব, ইয়াকে যিহোবাই কৈছে। [২১] আৰু ময় সিবিলাকৰ মাজৰ পৰাও কেতবিলাক লোকক পুৰোহিত আৰু লেবীয়া হবৰ নিমিত্তে গ্ৰহণ কৰিম, ইয়াক যিহোবাই কৈছে। [২২] কাৰণ ময় যি নতুন আকাশ-মণ্ডল আৰু নতুন পৃথিবী সৃষ্টি কৰিম, সেয়ে যেনেকৈ মোৰ সম্মুখত সদায় থাকিব, তেনেকৈ তোমালোকৰ বংশ, আৰু তোমালোকৰ নামো সদায় থাকিব, ইয়াকে যিহোবাই কৈছে। [২৩] আৰু যিহোবাই কৈছে, প্ৰত্যেক ন জোনত আৰু প্ৰত্যেক বিশ্ৰাম-বাৰত সকলো মৰ্ত্ত্য মোৰ আগত প্ৰণিপাত কৰিবলৈ আহিব। [২৪] আৰু সিবিলাকে বাহিৰলৈ গৈ, মোৰ আজ্ঞা উল্লঙ্ঘন কৰোঁতাবোৰৰ মৰা শব চাব; কাৰণ সিহঁতৰ পোক নমৰিব, আৰু সিহঁতৰ অগ্নিও নুনুমাব, আৰু সিহঁত সকলো মৰ্ত্ত্যৰ আগত ঘৃণনীয় হব।

# যিৰিমিয়া ভাববাদীৰ পুস্তক।

১ যিহুদা দেশৰ ৰজা আমোনৰ পুত্ৰ যোচিয়াৰ দিনত তেওঁৰ ৰাজত্বৰ ত্ৰয়োদশ বছৰত যি যিৰিমিয়ালৈ যিহোবাৰ বাক্য আহিছিল, [২] বিন্যামীন প্ৰদেশৰ অনাথোৎ-নিবাসী পুৰোহিতবিলাকৰ মাজৰ হিল্কিয়াৰ পুত্ৰ সেই যিৰিমিয়াৰ বাক্য। [৩] যোচিয়াৰ পুত্ৰ যিহুদাৰ যিহোয়াকীম ৰজাৰ দিনত, আৰু যোচিয়াৰ পুত্ৰ যিহুদাৰ চিদিকিয়া ৰজাৰ ৰাজত্বৰ একাদশ বছৰৰ শেষলৈকে, পঞ্চম মাহত যিৰূচালেমক দেশান্তৰলৈ নিয়ালৈকে তেওঁৰ ওচৰলৈ যিহোবাৰ বাক্য আহি আছিল।

যিৰিমিয়াক আমন্ত্ৰণ কৰা। বাদামৰ আৰু কেৰাহিৰ দৰ্শন।

[৪] যিহোবাৰ বাক্য মোৰ ওচৰলৈ আহিল, [৫] বোলে, উদৰত তোমাক নিৰ্ম্মাণ কৰাৰ পূৰ্ব্বেই ময় তোমাক জানিলোঁ, আৰু তুমি গৰ্ভৰ পৰা বাহিৰ হোৱাৰ পূৰ্ব্বেই ময় তোমাক পবিত্ৰ কৰিলোঁ; ময় তোমাক জাতিবিলাকৰ গুৰিত ভাববাদী কৰি নিযুক্ত কৰিলোঁ। [৬] তাতে ময় কলোঁ, হায় হায় প্ৰভু যিহোবা, দেখা, ময় কথা কব নেজানো; কিয়নো ময় লৰা মানুহ। [৭] কিন্তু যিহোবাই মোক কলে, "ময় লৰা মানুহ," এনে কথা নকবা; কিয়নো, ময় তোমাক যিবিলাকৰ ওচৰলৈ পঠাম, সিবিলাকৰ গুৰিলৈ তুমি যাবা, আৰু তোমাক যি যি আজ্ঞা কৰিম, সেই সকলোকে কবা। [৮] সিবিলাকলৈ ভয় নকৰিবা; কিয়নো, যিহোবাই কৈছে, তোমাৰ উদ্ধাৰৰ অৰ্থে ময় তোমাৰ লগতে আছোঁ। [৯] পাছে যিহোবাই আপোন হাত মেলি মোৰ মুখ স্পৰ্শ কৰিলে, আৰু যিহোবাই মোক কলে, দেখা, ময় আপোন বাক্য তোমাৰ মুখত দিলোঁ; [১০] দেখা, উঘালিবলৈ আৰু ভাঙিবলৈ, বিনষ্ট কৰিবলৈ আৰু উৎপাত কৰিবলৈ, সাজিবলৈ আৰু ৰুবলৈ, জাতিবিলাকৰ আৰু ৰাজ্যবিলাকৰ ওপৰত ময় আজি তোমাক নিযুক্ত কৰিলোঁ।

[১১] তাত বাজে, যিহোবাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, হে যিৰিমিয়া, তুমি কি দেখিছা? তাতে ময় কলোঁ, বাদাম গছৰ এটা ডাল দেখিছোঁ। [১২] তেতিয়া যিহোবাই মোক কলে, ভাল দেখিছা; কিয়নো ময় আপোন

বাক্য সিদ্ধ কৰিবলৈ সাৰে আছোঁ। [১৩] পাছে দ্বিতীয়বাৰ যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, তুমি কি দেখিছা? তাতে মই কলোঁ, উতলি থকা এটা কেৰাহি দেখিছোঁ; তাৰ মুখ উত্তৰ দিশৰ পৰা দক্ষিণলৈ কাতি হোৱা। [১৪] তেতিয়া যিহোৱাই মোক কলে, উত্তৰ দিশৰ পৰা এই আটাই দেশ-নিবাসীবিলাকলৈ অমঙ্গল ওলাব। [১৫] কাৰণ, যিহোৱাই কৈছে, দেখা, মই উত্তৰ দিশত থকা ৰাজ্যবিলাকৰ আটাই গোষ্ঠিক মাতিম; তাতে সিহঁতে আহি যিৰূচালেমৰ দুৱাৰবোৰৰ সোমোৱা ঠাইত, আৰু তাৰ চাৰিওফালে থকা গড়বোৰৰ সম্মুখত, আৰু যিহূদাৰ আটাই নগৰবোৰৰ সম্মুখত আপোন আপোন সিংহাসন স্থাপন কৰিব। [১৬] তাতে মই সিবিলাকৰ আটাই দুষ্টতাৰ কাৰণে, সিবিলাকৰ বিৰুদ্ধে মোৰ দণ্ডাজ্ঞা প্ৰচাৰ কৰিম; কিয়নো সিবিলাকে মোক পৰিত্যাগ কৰি ইতৰ দেৱতাবোৰৰ আগত ধূপ জ্বলাইছে, আৰু আপোন আপোন হাতে কৰা বস্তুৰ আগত প্ৰণিপাত কৰিছে। [১৭] এই হেতুকে তুমি কঁকাল বান্ধি উঠা, মই তোমাক যি যি আজ্ঞা কৰোঁ, সেই সকলোকে সিবিলাকক কোৱা; সিবিলাকৰ আগত ব্যাকুল নহবা; হলে, মই সিবিলাকৰ আগত তোমাকো ব্যাকুল কৰিম। [১৮] কিয়নো দেখা, মই আজি সমুদায় দেশৰ, যিহূদাৰ ৰজাবিলাকৰ, তাৰ অধ্যক্ষবিলাকৰ, পুৰোহিতবিলাকৰ, আৰু দেশৰ সাধাৰণ লোকবিলাকৰ বিৰুদ্ধে তোমাক দৃঢ় নগৰ, লোহাৰ স্তম্ভ, আৰু পিত্তলৰ গড়স্বৰূপ কৰিলোঁ। [১৯] সিবিলাকে তোমাৰ বিৰুদ্ধে যুদ্ধ কৰিব, কিন্তু তোমাক ঘটুৱাব নোৱাৰিব; কিয়নো, যিহোৱাই কৈছে, তোমাৰ উদ্ধাৰৰ অৰ্থে মই তোমাৰ লগতে আছোঁ।

ইস্ৰায়েলৰ বিশ্বাসঘাতকতা আৰু তাৰ ফল।

**২** পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, [২] বোলে, তুমি গৈ যিৰূচালেমৰ কাণে শুনাকৈ এই কথা প্ৰচাৰ কৰা, যিহোৱাই এই কথা কৈছে, তোমাৰ যৌবন-অৱস্থাৰ যি ভক্তি, বাগদান কৰা কালৰ তোমাৰ যি প্ৰেম, অৰণ্যত খেতি নকৰা দেশত মোৰ পাছত তোমাৰ যি গমন, সেই সকলো তোমাৰ অৰ্থে মোৰ মনত আছে। [৩] ইস্ৰায়েল যিহোৱাৰ উদ্দেশে পৱিত্ৰ, তেওঁৰ উৎপন্ন শস্যৰ প্ৰথমে পকা ফলস্বৰূপ; যিবোৰে ইস্ৰায়েলক গ্ৰাস কৰিব, সিহঁত আটাইবোৰ দোষী বুলি গণ্য হব, সিহঁতলৈ অমঙ্গল ঘটিব, ইয়াক যিহোৱাই কৈছে।

[৪] হে যাকোবৰ বংশ, হে ইস্ৰায়েল বংশৰ গোষ্ঠীবিলাক, যিহোৱাৰ বাক্য শুনা। [৫] যিহোৱাই এই কথা কৈছে, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে মোত কি অন্যায় পালে, যে, সিবিলাক মোৰ পৰা আঁতৰ হৈ গৈ, অসাৰৰ পাছত চলি অসাৰ হল? [৬] সিবিলাকে নকলে, যে, যি জনাই মিচৰ দেশৰ পৰা আমাক উলিয়াই আনিছিল, যি জনাই অৰণ্যৰ মাজেদি, বালুকাময় আৰু গুহাময় দেশৰ মাজেদি, খৰাং আৰু মৃত্যুচ্ছায়াস্বৰূপ দেশৰ মাজেদি, পথিক নচলা আৰু নিবাসী নথকা দেশৰ মাজেদি আমাক লৈ আহিছিল, সেই যিহোৱা ক'ত? [৭] মই তোমালোকক এখন উদ্যানময় দেশলৈ, তাৰ ফল আৰু উত্তম উত্তম বস্তু ভোজন কৰিবলৈ আনিছিলোঁ; কিন্তু যেতিয়া তোমালোকে সোমালা, তেতিয়া তোমালোকে মোৰ দেশ অশুচি কৰিলা, আৰু মোৰ আধিপত্য ঘিণলগীয়া কৰিলা। [৮] যিহোৱা ক'ত বুলি পুৰোহিতবিলাকে নকলে, আৰু ব্যৱস্থাত পাৰ্গত লোকে মোক নেজানিলে, পালকবিলাকেও মোৰ বিৰুদ্ধে অধৰ্ম্ম-আচৰণ কৰিলে, আৰু ভাববাদীবিলাকে বালৰ নামেৰে ভাববাণী প্ৰচাৰ কৰিলে, আৰু অনুপকাৰী বস্তুৰ পাছত চলিলে। [৯] এই হেতুকে, যিহোৱাই কৈছে, মই তোমালোকৰ লগত আৰু প্ৰতিবাদ কৰিম, আৰু তোমালোকৰ পো-নাতিবিলাকে সৈতেও প্ৰতিবাদ কৰিম। [১০] কিয়নো, তোমালোকে কিত্তীম দ্বীপবোৰলৈ পাৰ হৈ গৈ দেখা, আৰু কেদৰলৈ মানুহ পঠোৱা, ভালকৈ বিবেচনা কৰা, আৰু তাত এনেকুৱা কথা হৈছে নে নাই তাক চোৱা। [১১] যিবোৰ ঈশ্বৰ নহয়, এনে দেৱতাবোৰক কোনো এক জাতিয়ে জানো সলনি কৰিছিল? কিন্তু মোৰ প্ৰজাবিলাকে উপকাৰ নকৰা বস্তুৰ লগত আপোনাবিলাকৰ গৌৰৱ সলনি কৰিলে। [১২] যিহোৱাই কৈছে, হে আকাশ-মণ্ডল, ইয়াত বিস্ময় মানা, ভয়ত নোম শিঁয়ৰোৱা, অতিশয়

তধা লাগা। [১৩] কিয়নো মোর প্ৰজাবিলাকে দুটা দোষ করিলে; সিবিলাকে জীৱন্ত জলর ভুমুকস্বৰূপ মোক ত্যাগ করিলে, আৰু সিবিলাকে নিজৰ নিমিত্তে জলাধার, পানী ৰাখিব নোৱৰা ভগা জলাধার খানিলে। [১৪] ইস্রায়েল জানো বন্দী? বা সি জানো ঘৰ-ওপজা বন্দী? [১৫] তেন্তে সি কিয় লুটদ্ৰব্য হৈছে? ডেকা সিংহবোৰে তাৰ ওপৰত গৰ্জ্জিছে, গৰ্জ্জন করিছে; সিহঁতে তাৰ দেশ উচ্ছন্ন করিলে; তাৰ নগৰবোৰ দগ্ধ হৈ নিবাসীহীন হৈছে। [১৬] নোফৰ আৰু তহপনহেচৰ সন্তানবোৰেও তোমাৰ মূৰৰ তালু টকলা করিলে। [১৭] তোমাৰ ঈশ্বৰে তোমাক পথেদি লৈ যোৱা সময়ত তোমাৰ ঈশ্বৰ যিহোৱাক তুমি পৰিত্যাগ কৰাত, তুমি জানো নিজে নিজলৈ ইয়াক ঘটোৱা নাই? [১৮] আৰু এতিয়া চীহোৰৰ জল পান করিবলৈ মিচৰৰ বাটত তোমাৰ কি কাম আছে? আৰু ফৰাৎ নদীৰ জল পান করিবলৈ অচূৰৰ বাটত তোমাৰ কি কাম আছে? [১৯] তোমাৰ নিজ দুষ্টতাই তোমাক শাস্তি দিব, আৰু তোমাৰ অপথে যোৱাই তোমাক ধমকি দিব; এই হেতুকে তুমি ঈশ্বৰ যিহোৱাক ত্যাগ কৰা আৰু অন্তৰত মোৰ ভয় নৰখা যে বেয়া আৰু তিতা, ইয়াক জ্ঞাত হৈ বুজা, এয়ে প্ৰভু বাহিনীবিলাকৰ যিহোৱাৰ বচন। [২০] কিয়নো বহুকাল হল, তুমি আপোন যুঁৱলি ভাঙিলা, আৰু যোঁতজড়ী ছিঙি কলা, "ময় পৰাধীন নহম;" কাৰণ তুমি প্ৰত্যেক ওখ পৰ্ব্বতত, আৰু কেঁচাপতীয়া গছৰ তলত মূৰ দোঁৱাই বেশ্যাকৰ্ম্ম করিলা। [২১] তথাপি ময় তোমাক উত্তম দ্ৰাক্ষালতা বুলি, সকলো ভাবে প্ৰকৃত শুচি বুলি কইছিলোঁ; তেন্তে তুমি কেনেকৈ মোৰ গুৰিত বিজাতীয় দ্ৰাক্ষালতাৰ নৰম ডালত পৰিবৰ্ত্তন হলা? [২২] কিয়নো, যদিও খাৰেৰে আপোনাৰ গা ধোৱা আৰু অনেক চাবোন লগোৱা, তথাপি মোৰ দৃষ্টিত তোমাৰ অপৰাধ দাগস্বৰূপ হৈ থাকিব, ইয়াক প্ৰভু যিহোৱাই কৈছে। [২৩] তুমি কেনেকৈ কব পাৰা, যে, ময় অশুচি নহওঁ, বাল দেৱতাবোৰৰ পাছত চলা নাই? উপত্যকাত কৰা তোমাৰ আচাৰব্যৱহাৰ দেখা, তুমি কি করিলা, তাক জ্ঞাত হোৱা; তুমি আপোন পথত পকোৱাপকিকৈ ভ্ৰমি ফুৰোঁতা এজনী বেগী উটৰ নিচিনা। [২৪] তুমি আপোন অভিলাষত বায়ু সুঙি ফুৰা অৰণ্যত অভ্যাস হোৱা এজনী বনৰীয়া গাধৰ নিচিনা; তাই কামাতুৰ হোৱা কালত কোনে তাইক ওলোটাব পাৰে? তাইলৈ অভিলাষ করি বিচৰাবোৰে ভাগৰ নেপাব, তাইৰ নিয়মিত মাহত তাইক পাব। [২৫] তুমি আপোনাৰ ভৰি পয়জাৰ নোহোৱা হবলৈ, আৰু ডিঙিৰ নলী শুকান হবলৈ নিদিবা। কিন্তু তুমি কৈছা, "ইয়াত আশা নাই, সমুলি নাই; কিয়নো ময় বিদেশীবিলাকক প্ৰেম কৰোঁ, সিবিলাকৰেই পাছত চলিম।" [২৬] চোৰ ধৰা পড়িলে যেনেকৈ সি লাজত পৰে, তেনেকৈ ইস্রায়েল বংশই লাজ পাইছে। সিবিলাক, সিবিলাকৰ ৰজা, অধ্যক্ষ, পুৰোহিত, আৰু ভাববাদীবিলাকে লাজ পাইছে; [২৭] সিবিলাক প্ৰতিজনে এডোখৰ কাঠক, তুমি মোৰ পিতৃ বুলি, আৰু এটা শিলক, তুমি মোক উৎপন্ন করিলা বুলি কয়; কিয়নো সিবিলাকে মোৰ ফালে মুখ নকরি পিঠি হে দিলে; কিন্তু আপদৰ কালত সিবিলাকে কব, তুমি উঠি আমাক উদ্ধাৰ কৰা। [২৮] তুমি আপোনাৰ নিমিত্তে যি দেৱতাবোৰ সাজিলা, তোমাৰ সেই দেৱতাবোৰ ক'ত? সেইবোৰেই উঠি, যদি পাৰে, তেন্তে আপদৰ কালত তোমাক নিস্তাৰ কৰোক; কিয়নো হে যিহুদা, তোমাৰ যিমান নগৰ, সিমান তোমাৰ দেৱতা আছে।

[২৯] যিহোৱাই কৈছে, তোমালোকে কিয় মোৰ লগত প্ৰতিবাদ করিছা? তোমালোক সকলোৱেই মোলৈ বিদ্ৰোহ-আচৰণ করিছা। [৩০] ময় তোমালোকৰ সন্তানবিলাকক বৃথায় প্ৰহাৰ করিলোঁ; সিবিলাকে শাস্তি নেমানিলে; তোমালোকৰ নিজৰ তৰোৱালেই বিনাশক সিংহৰ নিচিনাকৈ তোমালোকৰ ভাববাদীবিলাকক গ্ৰাস কৰিলে; [৩১] হে বৰ্ত্তমান কালৰ লোকবিলাক, তোমালোকে যিহোৱাৰ বাক্য আলোচনা কৰা। ইস্রায়েলৰ পক্ষে ময় জানো অৰণ্য বা অন্ধকাৰময় দেশস্বৰূপ? তেন্তে মোৰ প্ৰজাবিলাকে কিয় কয়, যে, আমি মুকলি হলোঁ, আমি তোমাৰ ওচৰলৈ আৰু নেযাওঁ। [৩২] যুৱতীয়ে জানো আপোনাৰ অলঙ্কাৰ, বা কন্যাই জানো

আপোনাৰ পিন্ধা সাজ পাহৰিব পাৰে ? কিন্তু মোৰ প্ৰজাবিলাকে অসংখ্য দিন মোক পাহৰি আছে। [৩৩] তুমি প্ৰেম বিচাৰিবলৈ কেনে সুন্দৰৰূপে আপোন পথ যুগুত কৰিছা! এই কাৰণে দুষ্ট তিৰুতাবোৰকো তুমি আপোন পথ শিকালা। [৩৪] তোমাৰ বস্ত্ৰৰ আঁচলতে নিৰ্দ্দোষী দৰিদ্ৰ প্ৰাণীবোৰৰ তেজ পোৱা গৈছে; ময় বৰকৈ বিচাৰি বিচাৰি যে তাক পালোঁ, এনে নহয়, কিন্তু এই সকলোৰে ওপৰত তাক পালোঁ। [৩৫] তথাপি তুমি কৈছা, ময় নিৰ্দ্দোষী, অৱশ্যে মোৰ পৰা তেওঁৰ ক্ৰোধ ঘূৰিল। দেখা, ময় পাপ কৰা নাই, তুমি এই কথা কোৱাৰ কাৰণে, ময় তোমাৰে সৈতে বিচাৰস্থানত সোমাম। [৩৬] তুমি আপোন পথ সলনি কৰিবৰ মনেৰে কিয় ইমানকৈ ভ্ৰমণ কৰিছা? তুমি অচূৰৰ পৰা যেনেকৈ লাজ পাইছিলা, তেনেকৈ মিচৰৰ পৰাও লাজ পাবা। [৩৭] অৱশ্যে তাৰ ওচৰৰ পৰাও মূৰত হাত দি গুচি যাবা; কিয়নো যিহোৱাই তোমাৰ আশ্ৰয়স্থানবোৰ অগ্ৰাহ্য কৰিলে; সেইবোৰত তোমাৰ কুশল নহব।

৩ লোকে কয়, কোনোৱে আপোন তিৰুতাক ত্যাগ কৰাৰ পাছে, সেই তিৰুতাই তাৰ লগ এৰি যদি আন পুৰুষৰ হয়, তেতিয়া তাইৰ স্বামী জানো পুনৰায় তাইৰ ওচৰলৈ যাব? যদি যায়, তেন্তে সেই দেশ নিচেইকৈ অশুচি নহব নে? কিন্তু তুমি অনেক প্ৰিয়ৰই সৈতে বেশ্যাকৰ্ম্ম কৰিলা; তথাপি যিহোৱাই কৈছে, মোৰ ওচৰলৈ উলটি আহাঁ। [২] চকু তুলি বৃক্ষশূন্য পৰ্ব্বতবোৰলৈ চোৱা, কোন ঠাইত তোমাৰ লগত পুৰুষে শয়ন কৰা নাই? তুমি অৰণ্যত থকা আৰবীয়াৰ নিচিনাকৈ মানুহবোৰলৈ বাট চাই ৰাজ-আলিত বহি আছা; এই ৰূপে তুমি বেশ্যাকৰ্ম্ম আৰু কুকাৰ্য্যৰ দ্বাৰায় দেশ অশুচি কৰিলা। [৩] এই নিমিত্তে বৃষ্টি আটক কৰা হল, আৰু শেষতীয়া বৰষুণ নহল; তথাপি তুমি বেশ্যাৰ মুখ ধাৰণ কৰি, লজ্জিত হবলৈ অস্বীকাৰ কৰিলা। [৪] তুমি আজিৰ পৰা মোৰ আগত প্ৰাৰ্থনা কৰি নকবা নে, যে, হে মোৰ পিতৃ, তুমি মোৰ যৌবনকালৰ পথদৰ্শক? [৫] তেওঁ জানো সদাকাললৈকে আপোন ক্ৰোধ ৰাখিব, অন্তলৈকে আপোন ক্ৰোধ ধাৰণ কৰিব? দেখা, তুমি মন্দ কথা কলা, আৰু কুকৰ্ম্মও কৰিলা, আৰু আপোন ইচ্ছামতে তাক সিদ্ধও কৰিলা।

ইস্ৰায়েল আৰু যিহূদাৰ পাপৰ ক্ষমা।

[৬] যোচিয়া ৰজাৰ ৰাজত্বৰ কালত যিহোৱাই মোক কলে, বিপথগামিনী ইস্ৰায়েলে যি কৰিলে, তাক তুমি দেখিবলৈ পালা নে? তাই প্ৰত্যেক ওখ পৰ্ব্বতৰ ওপৰলৈ আৰু প্ৰত্যেক কেঁচা-পতীয়া বৃক্ষৰ তললৈ গৈ, সেই সেই ঠাইত বেশ্যাকৰ্ম্ম কৰিলে। [৭] তাতে, ময় কলোঁ, এইবোৰ কাম কৰাৰ পাছে তাই মোৰ ওচৰলৈ উলটি আহিব, কিন্তু তাই উলটি নাহিল; আৰু তাইৰ বিশ্বাস-ঘাতকিনী বায়েক যিহূদাই তাক দেখিলে। [৮] আৰু ময় দেখিলোঁ, যে, বিপথগামিনী ইস্ৰায়েলে ব্যভিচাৰ কৰাৰ কাৰণে ময় তাইক ত্যাগপত্ৰ দি এৰি দিয়াতো, তাইৰ বিশ্বাস-ঘাতকিনী বায়েক যিহূদাই ভয় নকৰিলে, কিন্তু নিজেও গৈ বেশ্যাকৰ্ম্ম কৰিলে। [৯] তাই বেশ্যাকৰ্ম্ম লঘু জ্ঞান কৰাত দেশ অশুচি হল; তাই শিল আৰু কাঠে সৈতে ব্যভিচাৰ কৰিলে। [১০] যিহোৱাই কৈছে, এনে হলেও তাইৰ বিশ্বাস-ঘাতকিনী বায়েক যিহূদাই সম্পূৰ্ণ মনেৰে সৈতে নহয়, কেৱল কপট-ভাবেৰে মোলৈ উলটিল। [১১] আৰু যিহোৱাই মোক কলে, বিশ্বাস-ঘাতকিনী যিহূদাতকৈ বিপথগামিনী ইস্ৰায়েলে আপোনাকে অধিক ধাৰ্ম্মিক যেন দেখুৱালে। [১২] তুমি গৈ এইবোৰ কথা উত্তৰফালে মুকৈ প্ৰচাৰ কৰি কোৱা, যে, যিহোৱাই কৈছে, হে বিপথগামিনী ইস্ৰায়েল, উলটি আহাঁ, ময় তোমালৈ আৰু ক্ৰোধ-দৃষ্টি নকৰিম; কিয়নো, যিহোৱাই কৈছে ময় দয়ালু, ময় সদাকাললৈকে ক্ৰোধ নেৰাখোঁ; [১৩] তুমি যে তোমাৰ ঈশ্বৰ যিহোৱাৰ বিৰুদ্ধে অপৰাধ কৰিলা, আৰু পৰজাতিবোৰক বিচাৰি ইফালে সিফালে ফুৰি প্ৰত্যেক কেঁচা-পতীয়া গছৰ তলত সিহঁতে সৈতে শয়ন কৰিলা, তোমাৰ সেই দোষ কেৱল স্বীকাৰ কৰা; যিহোৱাই কৈছে, তোমালোকে মোৰ বাক্য মনা নাই। [১৪] যিহোৱাই কৈছে, হে বিপথগামী সন্তানবিলাক, উলটি আহাঁ; কিয়নো ময়েই তোমালোকৰ স্বামী; আৰু ময় এখন নগৰৰ পৰা এজন, আৰু এক গোষ্ঠীৰ পৰা দুজনকৈ

লৈ চিয়োনলৈ তোমালোকক আনিম। [১৫] আৰু মই তোমালোকক মোৰ মনৰ দৰে ৰখীয়া দিম; সিবিলাকে জ্ঞান আৰু বুদ্ধিৰে তোমালোকক চৰাব। [১৬] যিহোৱাই কৈছে, সেই দিনত, যেতিয়া তোমালোক দেশত বাঢ়ি বহুপ্ৰজা হবা, তেতিয়া, "যিহোৱাৰ নিয়ম চন্দুক" এই কথা মানুহে আৰু নকব, আৰু সেয়ে মনত নপৰিব, লোকে তাক সোঁৱৰণ নকৰিব, সেয়ে নোহোৱাত লোকে বেজাৰ নকৰিব, আৰু তাক পুনৰায় সজা নেযাব। [১৭] সেই সময়ত যিৰূচালেম যিহোৱাৰ সিংহাসন বুলি প্ৰখ্যাত হব, আৰু সকলো জাতিয়ে তাৰ ওচৰত যিৰূচালেমত যিহোৱাৰ নামেৰে গোট খাব, আৰু সিবিলাকে আপোন আপোন দুষ্ট মনৰ কঠিনতা অনুসাৰে আৰু নচলিব। [১৮] সেই কালত, যিহুদা বংশই ইস্ৰায়েল বংশই সৈতে সমভাৱে চলিব, আৰু সিবিলাক একেলগে উত্তৰ দেশৰ পৰা ওলাই, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক আধিপত্যৰ অৰ্থে মই দিয়া দেশলৈ আহিব। [১৯] আৰুময়েই কৈছিলোঁ, মই সন্তানবিলাকৰ মাজত তোমাক কেনে ঠাই দিম! মনোহৰ এক দেশ, জাতিবিলাকৰ লোকসমূহৰ পৰম-ৰত্নস্বৰূপ আধিপত্য তোমাক দিম। মই আৰু কৈছিলোঁ, তুমি মোক পিতৃ বুলি মাতিবা, আৰু মোৰ পাছত চলাৰ পৰা উলটি নেযাবা। [২০] যিহোৱাই কৈছে, হে ইস্ৰায়েল বংশ, তিৰুতাই যেনেকৈ আপোন স্বামীক বিশ্বাস-ঘাতকতা কৰি এৰে, তেনেকৈ তোমালোকেও স্বৰূপেই মোৰ অহিতে বিশ্বাসঘাতকতা কৰিলা। [২১] বৃক্ষশূন্য পৰ্ব্বতত ইস্ৰায়েলৰ সন্তানবিলাকৰ কান্দন আৰু কাকুতি-মিনতিৰ শবদ শুনা গৈছে; কাৰণ সিবিলাক বিপথগামী হৈছিল, সিবিলাকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাক পাহৰিছিল। [২২] হে বিপথগামী সন্তানবিলাক, উলটি আহাঁ; মই তোমালোকৰ বিপথগমনস্বৰূপ ৰোগ ভাল কৰিম। "দেখা, আমি তোমাৰ ওচৰলৈ আহিছোঁ; কিয়নো তুমিয়েই আমাৰ ঈশ্বৰ যিহোৱা। [২৩] স্বৰূপেই গিৰিবোৰৰ পৰা আশা কৰা সহায়, আৰু পৰ্ব্বতবোৰৰ ওপৰত কৰা কোঢ়াল মিছা; স্বৰূপেই আমাৰ ঈশ্বৰ যিহোৱাতহে ইস্ৰায়েলৰ পৰিত্ৰাণ। [২৪] কিন্তু সেই লজ্জাজনক বস্তুৱে, আমাৰ লৰা কালৰে পৰা আমাৰ পিতৃবিলাকে শ্ৰমেৰে অৰ্জ্জা সম্পত্তি সিবিলাকৰ গৰু মেৰ আদিৰ জাক, আৰু সিবিলাকৰ লৰা-ছোৱালীবিলাকক গ্ৰাস কৰিলে। [২৫] আমি আমাৰ লাজস্বৰূপ বিচানাত শোওঁ, আৰু আমাৰ অপমানে আমাক ঢাকোক; কিয়নো আমাৰ পূৰ্ব্বপুৰুষবিলাকে, আৰু আমিও লৰা কালৰে পৰা আজিলৈকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ বিৰুদ্ধে পাপ কৰিলোঁ, আৰু আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ বাক্যত কাণ নিদিলোঁ।"

যিৰূচালেমৰ ভাবী বিনাশ।

৪ যিহোৱাই কৈছে, হে ইস্ৰায়েল, তুমি যদি উলটি আহিব খোজা, তেন্তে মোৰ ওচৰলৈকে উলটি আহাঁ; আৰু যদি মোৰ দৃষ্টিৰ পৰা তোমাৰ ঘিণলগীয়া বস্তুবোৰ দূৰ কৰা, তেন্তে তুমি লৰচৰ নহবা। [২] আৰু তুমি সত্য, ন্যায়, আৰু ধাৰ্ম্মিকতাৰে যিহোৱাৰ জীৱনৰ শপত কৰিবা, আৰু জাতিবিলাকে তেওঁতেই আপোনাবিলাকক আশীৰ্ব্বাদপ্ৰাপ্ত বুলি জ্ঞান কৰিব, আৰু তেওঁতেই সিবিলাকে গৌৰৱ কৰিব।

[৩] কিয়নো যিহোৱাই যিহুদাৰ আৰু যিৰূচালেমৰ লোকবিলাকক এই কথা কৈছে, তোমালোকে আপোনাবিলাকৰ পতিত মাটি চহোৱা, কাঁইটৰ মাজত গুটি নববা। [৪] হে যিহুদাৰ লোক, হে যিৰূচালেম-নিবাসিবিলাক, তোমালোকে যিহোৱাৰ উদ্দেশে চুন্নৎ হোৱা, আপোন আপোন হৃদয়ৰ অগ্ৰচৰ্ম্ম গুচাই পেলোৱা; নতুবা তোমালোকৰ কাৰ্য্যৰ দুষ্টতাৰ নিমিত্তে মোৰ ক্ৰোধাগ্নি জ্বলি উঠি কোনেও নুমাব নোৱৰাকৈ দগ্ধ কৰিব। [৫] যিহুদাত প্ৰচাৰ কৰা, আৰু যিৰূচালেমত ঘোষণা কৰা; আৰু কোৱা, "দেশত তোমালোকে শিঙা বজোৱা;" আৰু ৰিঙিয়াই কোৱা, "গোট খোৱা, আহাঁ, আমি গড়েৰে আবৃত হোৱা নগৰবোৰত সোমাওঁগৈ।" [৬] চিয়োনৰ ফালে নিচান তোলা, আৰু ৰক্ষা পাবলৈ পলোৱা, পলম নকৰিবা; কিয়নো মই উত্তৰ দিশৰ পৰা অমঙ্গল আৰু মহাসংহাৰ আনিছোঁ; [৭] এটা সিংহ, জাতিবিলাকৰ এক সংহাৰক আপোন গাঁতৰ পৰা ওলাই আহিছে; তোমাৰ দেশ উচ্ছন্ন কৰিবলৈ, সি আপোন ঠাই

এরি বাটত আছিছে; তোমার নগরবোর ধ্বংস হৈ নিবাসীশূন্য হব। [৮] এই হেতুকে তোমা-লোকে কঁকালত চট বান্ধা, বুকত ভুকুৱাই হাহাকার কৰা; কিয়নো যিহোবার জ্বলন্ত ক্রোধ আমার পরা ঘুরি যোৱা নাই। [৯] যিহোবাই কৈছে, সেই কালত রজার মন, আরু অধ্যক্ষ-বিলাকর মন ব্যাকুল হব, পুরোহিতবিলাকে বিস্ময় মানিব, আরু ভাববাদীবিলাক তধা লাগিব। [১০] তেতিয়া ময় কলোঁ, হায় হায়, হে প্রভু যিহোবা, স্বরূপেই তুমি এই জাতিক আরু যিরূচালেমক অত্যন্ত প্রবঞ্চনা করিলা; তুমি কৈছিলা, "তোমালোকর শান্তি হব," অথচ তরোৱালে মর্ম্ম ভেদিছে। [১১] সেই কালত এই জাতিক আরু যিরূচালেমক এই কথা কোৱা যাব, অরণ্যত থকা বৃক্ষশূন্য পর্ব্বতবোরর পরা গরম বতাহ আমার জাতিস্বরূপা জীয়ারীর ফালে আহিছে; সেয়ে জারিবলৈ কি নিকা করিবলৈ নহয়। [১২] সেইবোরর পরা প্রবল বতাহ মোর আজ্ঞাত আহিব; এতিয়া ময়ো সিবিলাকর বিরুদ্ধে দণ্ডাজ্ঞা প্রচার করিম। [১৩] দেখা, সি মেঘবোরর নিচিনাকৈ উঠি আহিব; তার রথ-বোর বামারলি বতাহস্বরূপ; তার ঘোঁরাবোর কুরর পক্ষীতকৈয়ো বেগী। হায় হায়, আমার সর্ব্বনাশ! কিয়নো আমি নষ্ট হলোঁ। [১৪] হে যিরূচালেম, পরিত্রাণ পাবর নিমিত্তে, তুমি আপোন হৃদয় ধুই দুষ্টতা দূর করা; তোমার অন্তরত কুভাবনা কিমান দিন থাকিব? [১৫] কিয়নো দানর পরা কোনো প্রচার করোঁতার, আরু ইফ্রয়িম পর্ব্বতর পরা অমঙ্গলর বার্ত্তা দিওঁতার শবদ শুনা গৈছে। [১৬] তোমালোকে জাতিবিলাকর আগত উল্লেখ করা; দেখা, অবরোধকারীবোর যে দূর দেশর পরা আহিব লাগিছে, আরু যিহূদার নগরবোরর বিরুদ্ধে যে সিহঁতে উচ্চধ্বনি করিব, ইয়াকে যিরূচালে-মর বিরুদ্ধে প্রকাশ করা। [১৭] সিহঁতে ক্ষেতি-রখীয়াবোরর নিচিনাকৈ যিরূচালেমর চারিওফালে থাকিব; কিয়নো, যিহোবাই কৈছে, তাই মোর অহিতে বিদ্রোহ-আচরণ করিছে। [১৮] তোমার নিজ আচরণ আরু কার্য্যবোরেই তোমালৈ ইয়াক ঘটাইছে; এয়ে তোমার দুষ্টতার ফল; কিয়নো এয়ে তিতা, কিয়নো এয়ে তোমার মর্ম্মভেদী।

[১৯] হায় হায় মোর নাড়ী? মোর নাড়ী! মোর অন্তরত ময় বেদনা পাইছোঁ, মোর অন্তরত মোর হৃদয় ব্যাকুল হৈছে, ময় মনে মনে থাকিব নোৱারোঁ; কিয়নো হে মোর মন, তুমি শিঙ্গার শবদ আরু যুদ্ধর ধ্বনি শুনিছা। [২০] বিনাশর উপরি বিনাশ প্রচার করা হৈছে; কিয়নো গোটেই দেশ উচ্ছন্ন হল, অকস্মাতে মোর তাম্বু-বোর, মুহূর্ত্তেতে মোর তাম্বুর কাপরবোর নষ্ট হল। [২১] ময় কিমান দিন নিচান দেখিম, আরু শিঙ্গার শবদ শুনিম? [২২] কিয়নো মোর প্রজা-বিলাক অজ্ঞান, সিবিলাকে মোক নেজানে; সিবিলাক অজলা লরা, সিবিলাকে বিবেচনা নকরে; সিবিলাক কদাচরণত পটু, কিন্তু সদা-চরণত অজ্ঞান।

[২৩] ময় পৃথিবীলৈ চালোঁ, দেখা, সেয়ে ধ্বংস হল, আরু শুদা; আরু আকাশ-মণ্ডললৈ চালোঁ, তার দীপ্তি নাই। [২৪] ময় পর্ব্বতবোরলৈ দৃষ্টি করিলোঁ, দেখা, সেইবোর কঁপিছে, আরু আটাই গিরিবোর লরিছে। [২৫] ময় চাই দেখিলোঁ, কোনো মানুহ নাই, আরু আকাশর পক্ষীবোরো পলাই গল। [২৬] ময় চাই দেখিলোঁ, যিহোবার সাক্ষাতে আরু তেওঁর জ্বলন্ত ক্রোধর প্রভাবত ফলৱতী বারী মরুভূমি হৈ পড়িল, আরু তার আটাই নগর ভগ্ন হল। [২৭] কিয়নো যিহোবাই এই কথা কৈছে, গোটেই দেশ ধ্বংসর ঠাই হব; তথাপি ময় নিঃশেষে সংহার নকরিম। [২৮] এই হেতুকে পৃথিবীয়ে শোক করিব, আরু ওপরত থকা আকাশ-মণ্ডল কলা বরণীয়া হব; কিয়নো ময় ইয়াক কলোঁ, ময় ইয়াক স্থির করিলোঁ, আরু ময় মন নেপালটাওঁ, আরু তার পরা নোলটোঁ। [২৯] অশ্বারোহী আরু ধনুর্দ্ধরবিলাকর শবদত নগরখনেই পলাই ভাঠ হাবিত সোমাইছে, আরু শিলত উঠিছে; প্রত্যেক নগর ত্যাগ করা হল, তার মাজত বাস করোঁতা মানুহ কোনো নাই। [৩০] হে বিনষ্টা, তুমি কি করিবা? যদিও তুমি কাপর পিন্ধা, সোণর অলঙ্কারেরে আপোনাকে ভূষিত করা, আরু কাজলেরে চকু দুটা ডাঙর করা, তথাপি তুমি নিজকে সুন্দরী করা বৃথা; উপপতিবোরে তোমাক ঘিণায়, সিহঁতে তোমার প্রাণ নষ্ট করিবলৈ বিচারে। [৩১] কিয়নো ময় এজনী

প্ৰসৱকাৰিণী তিৰুতাৰ শবদ, প্ৰথম লৰা ওপ-জোৱা জনীৰ বেদনাৰ শবদ যেন শুনিছোঁ; "মোৰ সৰ্ব্বনাশ! কিয়নো বধকাৰীবোৰৰ আগত মোৰ প্ৰাণ অচেতন হৈছে," এই বুলি কৈ দীঘল নিশ্বাস পেলোৱা, হাত বিস্তাৰ কৰা চিয়োন-জীয়াৰীৰ শবদ শুনিছোঁ।

ইস্ৰায়েলৰ শত্ৰুৰ আগমন, আৰু তাৰ কাৰণ।

৫ তোমালোকে যিৰূচালেমৰ বাটে বাটে ইফালে সিফালে লৰি ফুৰা, আৰু মন দি চোৱা, আৰু তাৰ চকে চকে বিচাৰা, ন্যায় কাৰ্য্যকাৰী আৰু সত্যৰ অনুগামী এজনকে যদি পাব পাৰা, তেন্তে মই নগৰখনক ক্ষমা কৰিম। ২ যদিও সিহঁতে, যিহোৱাৰ জীৱনৰ শপথ, এই বুলি কয়, তথাপি সিহঁতে মিছা শপথ কৰে। ৩ হে যিহোৱা, তোমাৰ দৃষ্টি সত্যলৈ নহয় নে? তুমি সিহঁতক প্ৰহাৰ কৰিলা, তথাপি সিহঁত দুঃখিত নহল; তুমি সিহঁতক বিনাশ পোৱালা, তথাপি সিহঁতে শাস্তি গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে; সিহঁতে আপোন আপোন মুখ শিলতকৈয়ো টান কৰি উভটি আহিবলৈ অমান্তি হল। ৪ তেতিয়া মই কলোঁ, স্বৰূপেই ইহঁত দৰিদ্ৰ, ইহঁত অজ্ঞান; কাৰণ ইহঁতে যিহোৱাৰ পথ, আৰু আপোনাবিলাকৰ ঈশ্বৰৰ শাসন নেজানে। ৫ মই ডাঙৰীয়াবিলাকৰ ওচৰলৈ গৈ সিবিলাকৰ আগত কথা কম; কিয়নো সিবিলাকে হলে, যিহোৱাৰ পথ আৰু আপোনাবিলাকৰ ঈশ্বৰৰ শাসন জানে; কিন্তু সিবিলাকে এক মত হৈ যুঁৱলি ভাঙিলে, আৰু যোঁত-জৰী ছিঙি পেলালে। ৬ এই নিমিত্তে কাঠনিৰ পৰা সিংহ আহি সিবিলাকক বধ কৰিব, সন্ধ্যা বেলাত ওলোৱা ৰাংকুকুৰে সিবিলাকক বিনষ্ট কৰিব, নাহৰফুটুকী বাঘে সিবিলাকৰ নগৰৰ ওচৰত খাপ দি থাকিব, যেয়ে নগৰৰ পৰা বাহিৰ ওলাব, তাক বিদীৰ্ণ কৰা হব; কাৰণ সিবিলাকৰ অধৰ্ম্ম অধিক, আৰু সিবিলাকৰ বিপথ-গমন সৰহ। ৭ ইয়াৰ নিমিত্তে মই তোমাক কেনেকৈ ক্ষমা কৰিব পাৰোঁ? তোমাৰ সন্তানবিলাকে মোক ত্যাগ কৰি অনীশ্বৰবোৰৰ নামেৰে শপথ কৰে; মই যেতিয়া সিবিলাকক সম্পূৰ্ণকৈ খুৱাইছিলোঁ, তেতিয়া সিবিলাকে পৰস্ত্ৰীগমন কৰিছিল, আৰু বেশ্যাৰ ঘৰত জুমে জুমে গোট খাইছিল। ৮ সিবিলাকে ৰাতিপুৱাতে উঠি, দানা খুউৱা মটা ঘোঁৰাৰ নিচিনাকৈ প্ৰতিজনে আপোনাৰ ওচৰ-চুবুৰীয়াৰ তিৰুতালৈ চেকুচেকায়। ৯ যিহোৱাই কৈছে, মই জানো এইবোৰ কাৰ্য্যৰ নিমিত্তে দণ্ড নিদিম? নাইবা মোৰ প্ৰাণে জানো এনে জাতিৰ প্ৰতিকাৰ নেসাধিব।

১০ তোমালোকে তাৰ গড়বোৰ পাৰ হৈ তাক নষ্ট কৰা, কিন্তু নিঃশেষে সংহাৰ নকৰিবা; তাৰ ডালবোৰ দূৰ কৰা, কাৰণ সেইবোৰ যিহোৱাৰ নহয়। ১১ কিয়নো, যিহোৱাই কৈছে, ইস্ৰায়েল বংশ আৰু যিহুদা বংশই মোৰ অহিতে অতিশয় বিশ্বাস-ঘাতকতা কৰিলে। ১২ সিবিলাকে যিহোৱাক অস্বীকাৰ কৰিলে, আৰু কলে, "এও তেওঁ নহয়। আমালৈ অমঙ্গল নঘটিব, আমি তৰোৱাল কি আকাল নেদেখিম; ১৩ ভাববাদীবিলাক বায়ুস্বৰূপ, সিবিলাকৰ মাজত প্ৰকৃত বাক্য নাই; সিবিলাকলৈহে সেয়ে ঘটিব।" ১৪ এই কাৰণে বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাই কৈছে, দেখা, তোমালোকে এই কথা কোৱা বাবে, মই তোমাৰ মুখত মোৰ বাক্য অগ্নিস্বৰূপ, আৰু এই জাতিক খৰিস্বৰূপ কৰিম; সেয়ে সিবিলাকক গ্ৰাস কৰিব। ১৫ যিহোৱাই এই কথা কৈছে, হে ইস্ৰায়েল বংশ, দেখা, মই তোমালোকৰ বিৰুদ্ধে দূৰৰ পৰা এক জাতি আনিম; সিহঁত বলৱান জাতি, সিহঁত প্ৰাচীন জাতি; তুমি সেই জাতিৰ ভাষা নেজানা, বা সিহঁতৰ কথাও নুবুজা! ১৬ সিহঁতৰ তূণ মুকলি মৈদামৰ নিচিনা, আৰু সিহঁতৰ আটাই লোক বীৰ। ১৭ সিহঁতে, তোমাৰ পো-জীবিলাকে খাব লগীয়া শস্য আৰু আহাৰ খাব; সিহঁতে তোমাৰ মেৰ আৰু গৰুৰ জাক খাব; সিহঁতে তোমাৰ দ্ৰাক্ষালতা আৰু ডিমৰু খাব; গড়েৰে আবৃত যি নগৰবোৰত তুমি বিশ্বাস কৰিছা, সিহঁতে সেইবোৰক তৰোৱালেৰে গুড়ি কৰিব। ১৮ কিন্তু, যিহোৱাই কৈছে, সেই কালতো মই তোমালোকক নিঃশেষে সংহাৰ নকৰিম। ১৯ আৰু, আমাৰ ঈশ্বৰ যিহোৱাই আমালৈ এইবোৰ কিয় কৰিলে বুলি যেতিয়া তোমালোকে সুধিবা, তেতিয়া তুমি সিবিলাকক কবা, তোমালোকে যেনেকৈ মোক ত্যাগ কৰি তোমালোকৰ নিজ

দেশত বিজাতীয় দেৱতাবোৰৰ বন্দীকাম কৰিলা, তেনেকৈ বিদেশত বিদেশীবোৰৰো বন্দীকাম কৰিবা।

২০ তোমালোকে যাকোবৰ বংশক এই কথা জনোৱা, আৰু যিহূদাৰ মাজত এই কথা প্ৰচাৰ কৰা, ২১ যে, হে অজ্ঞান আৰু নিৰ্ব্বোধ জাতি, চকু থকাতো অন্ধ, আৰু কাণ থকাতো কলা যি তোমালোক, তোমালোকে এই কথা শুনা, যিহোৱাই কৈছে, যি জনাই চিৰস্থায়ী আদেশেৰে সাগৰৰ সীমা বালিৰে এনেকৈ স্থিৰ কৰিলে, যে, সি তাক পাৰ হব নোৱাৰে, আৰু তাৰ ঢৌবোৰে আস্ফালন কৰিলেও, সেইবোৰে পৰাজয় কৰিব নোৱাৰে, আৰু গৰ্জ্জন কৰিলেও, তাক অতিক্ৰম কৰিব নোৱাৰে, ২২ এনে জনা যি ময়, মোকেই তোমালোকে ভয় নকৰিবা নে? মোৰেই আগত তোমালোকে নকঁপিবা নে? ২৩ কিন্তু এই জাতি অতিশয় অবশ আৰু বিদ্ৰোহীমনা, সিবিলাকে বিদ্ৰোহ কৰি অবাটে গল। ২৪ যি জনাই বতৰত আগতীয়া আৰু শেষতীয়া এই দুই বৰষুণ দিয়ে, যি জনাই শস্য দোৱা নিৰূপিত সপ্তাহ কেইটা আমাৰ নিমিত্তে ৰক্ষা কৰে, আমাৰ ঈশ্বৰ সেই যিহোৱাক আমি ভয় কৰোঁহঁক বুলি সিবিলাকৰ মনত সিবিলাকে নকয়। ২৫ তোমালোকৰ অপৰাধে এইবোৰ আঁতৰালে, আৰু তোমালোকৰ পাপবোৰে তোমালোকৰ পৰা মঙ্গল আটক কৰিলে। ২৬ কিয়নো মোৰ প্ৰজাবিলাকৰ মাজত দুষ্ট লোক পোৱা যায়; চৰাই-মৰীয়াই থাপ দি থকাৰ দৰে সিহঁতে থাপ দি থাকে; সিহঁতে ফান্দ পাতি মানুহকেই ধৰে। ২৭ সজা যেনেকৈ চৰাইৰে পূৰ, সিহঁতৰ ঘৰবোৰ তেনেকৈ ছলেৰে পৰিপূৰ্ণ; এই নিমিত্তে সিহঁত বড় লোক আৰু ধনী হল। ২৮ সিহঁত হৃষ্টপুষ্ট আৰু চিক্‌চিকীয়া, এনে কি, সিহঁতে দুষ্কৰ্ম্মত অতিৰিক্ত কৰে; সিহঁতে বিচাৰত প্ৰতিবাদ নকৰে, পিতৃহীনৰ কুশলৰ অৰ্থে সিহঁতে বিচাৰত প্ৰতিবাদ নকৰে, আৰু দৰিদ্ৰবিলাকৰ বিচাৰ নিষ্পত্তি নকৰে। ২৯ যিহোৱাই কৈছে, এইবোৰ কাৰ্য্যৰ নিমিত্তে মই জানো দণ্ড নিদিম? মোৰ প্ৰাণে জানো এনে জাতিৰ প্ৰতিকাৰ নেসাধিব?

৩০ দেশৰ মাজত এক আশ্চৰিত আৰু নোম শিয়ৰি যোৱা ঘটনা ঘটিছে। ৩১ ভাববাদীবিলাকে মিছা ভাববাণী প্ৰচাৰ কৰে, আৰু পুৰোহিতবিলাকে সিবিলাকৰ দ্বাৰায় চালিত হৈ শাসন কৰে, আৰু মোৰ প্ৰজাবিলাকে এনেকুৱা হোৱা ভাল পায়; কিন্তু ইয়াৰ অন্তত তোমালোকে কি কৰিবা?

যিৰূচালেমৰ দুষ্টতাৰ কাৰণে তাৰ অৱৰোধ।

৬ হে বিন্যামীনৰ সন্তানবিলাক, তোমালোকে যিৰূচালেমৰ মাজৰ পৰা ৰক্ষাৰ নিমিত্তে পলোৱা, আৰু তকোৱাত শিঙ্গা বজোৱা, আৰু বৈৎ-হক্কেৰমত এক নিচান তোলা; কিয়নো উত্তৰ ফালৰ পৰা অমঙ্গল আৰু মহাসংহাৰে দেখা দিছে। ২ সুন্দৰী আৰু আলসুৱা চিয়োন-জীয়ৰীক মই সংহাৰ কৰিম। ৩ মেৰ ৰখীয়াবিলাকে আপোন আপোন জাক লগত লৈ তাইৰ ওচৰলৈ আহিব, সিহঁতে তাইৰ বিৰুদ্ধে চাৰিওফালে আপোন আপোন তাম্বু তৰিব, আৰু প্ৰতিজনে আপোন আপোন ঠাইত চৰিব। ৪ তোমালোকে তাইৰ বিৰুদ্ধে যুদ্ধৰ আয়োজন কৰা। "আমি উঠি দুপৰীয়া যাত্ৰা কৰোঁহঁক। কি দুঃখৰ বিষয়! দেখা, দিনৰ শেষ হৈছে, এনে কি, সন্ধ্যা বেলাৰ ছাঁ দীঘলীয়া হৈছে। ৫ আমি উঠি ৰাতি যাত্ৰা কৰি তাইৰ অট্টালিকাবোৰ নষ্ট কৰোঁহঁক।" ৬ কিয়নো বাহিনীবিলাকৰ যিহোৱাই কৈছে, তোমালোকে কাঠ কাটি যিৰূচালেমৰ অহিতে দ'ম বান্ধা; সেয়ে দণ্ড পাব লগীয়া নগৰী; তাইৰ মাজত সম্পূৰ্ণ অত্যাচাৰ আছে। ৭ যেনেকৈ ভুমুকে আপোনাৰ পানী উলিয়াই থাকে, তেনেকৈ তাই আপোনাৰ দুষ্টতা উলিয়াই থাকে; তাইৰ মাজত অত্যাচাৰ আৰু লুটৰ কথা শুনা যায়; নৰীয়া পড়া আৰু ঘা লগা সদায় মোৰ চকুত পড়ে। ৮ হে যিৰূচালেম, সতৰ্ক হোৱা, নহলে মোৰ মন তোমাৰ পৰা নিলগ হব; নহলে মই তোমাক উচ্ছন্ন ঠাই আৰু নিবাসীহীন দেশ কৰিম।

৯ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, যে সিহঁতে দ্ৰাক্ষাফলৰ দৰে ইস্ৰায়েলৰ অৱশিষ্টখিনি সম্পূৰ্ণকৈ গোটাব; দ্ৰাক্ষাগুটি চপাওঁতা জনৰ নিচিনাকৈ তুমি বাৰে বাৰে পাচিলৈ হাত নিয়া। ১০ সিবিলাকে শুনিবৰ নিমিত্তে মই

কাৰ আগত কম, আৰু সাক্ষ্য দিম? দেখা, সিবিলাকৰ কাণ অচুন্নৎ, সিবিলাকে শুনিব নোৱাৰে; দেখা, যিহোৱাৰ বাক্য সিবিলাকৰ ধিক্কাৰৰ বিষয় হৈছে; সিবিলাকে তাত একো সন্তোষ নেপায়। ১১ এই হেতুকে ময় যিহোৱাৰ ক্ৰোধেৰে পৰিপূৰ্ণ হৈছোঁ; ময় তাক আটক কৰি ৰাখিবলৈ ক্লান্ত হৈছোঁ। আলিত শিশু-বিলাকৰ ওপৰত, আৰু ডেকাবিলাকৰ সভাৰ ওপৰত তাক একেবাৰে ঢালি দিয়া; কিয়নো ভাৰ্য্যাৰে সৈতে স্বামী, সম্পূৰ্ণ আয়ুসপ্ৰাপ্ত লোকে সৈতে বৃদ্ধ, সকলোকে ধৰা যাব। ১২ সিবিলাকৰ ঘৰবোৰ, পথাৰবোৰ, আৰু সিবিলাকৰ তিৰুতাবোৰ একেবাৰে অন্যক দিয়া যাব; কাৰণ, যিহোৱাই কৈছে, ময় দেশ-নিবাসীবিলাকৰ বিৰুদ্ধে আপোন হাত মেলিম। ১৩ কিয়নো সিবিলাকৰ সৰুৰ পৰা বড়লৈকে প্ৰতিজন লোভত আসক্ত, আৰু ভাববাদীৰ পৰা পুৰোহিতলৈকে প্ৰতিজনে প্ৰবঞ্চনাৰ কাৰ্য্য কৰে। ১৪ যেতিয়া কোনো শান্তি নাই, তেতিয়া সিবিলাকে শান্তি শান্তি বুলি কৈ মোৰ প্ৰজাবিলাকৰ ঘা সামান্যৰূপে সুস্থ কৰিলে। ১৫ সিবিলাকে ঘিণলগীয়া কাৰ্য্য কৰাত সিবিলাকে লাজ পাওক ছাৰি মুখ বিবৰ্ণ কৰিবলৈকে জনা নাই; এই নিমিত্তে সিবিলাক পতিত হোৱা লোকবিলাকৰ মাজত পতিত হব; যিহোৱাই কৈছে, ময় সিবিলাকক দণ্ড দিয়াৰ সময়ত সিবিলাকে উজুটি খাই পড়িব।

১৬ যিহোৱাই এই কথা কৈছে, যে, তোমালোকে চাৰি আলিৰ মূৰত থিয় হৈ চোৱা, আৰু প্ৰাচীন পথবোৰৰ বিষয়ে সোধা, উত্তম পথ কোনটো? আৰু তাত চলা; তাতে তোমালোকৰ প্ৰাণত বিশ্ৰাম পাবা; কিন্তু সিবিলাকে কলে, আমি তাত নচলোঁ। ১৭ শিঙ্গাৰ শবদলৈ কাণ পাতিবা বুলি কৈ, ময় তোমালোকৰ ওপৰত প্ৰহৰীবোৰ নিযুক্ত কৰিলোঁ; কিন্তু সিবিলাকে কলে, আমি নেপাতিম। ১৮ এই হেতুকে হে জাতিবিলাক, শুনা; হে মণ্ডলি, সিবিলাকৰ অন্তৰত কি আছে, তাক বুজা। ১৯ হে পৃথিবি, শুনা; দেখা, ময় এই জাতিৰ ওপৰত অমঙ্গল ঘটাম, সিবিলাকৰ কল্পনাবোৰৰ ফল দিম; কিয়নো সিবিলাকে মোৰ বাক্যলৈ কাণ দিয়া নাই, আৰু মোৰ ব্যৱস্থা অগ্ৰাহ্য কৰিলে। ২০ চিবাৰ পৰা মোৰ ওচৰলৈ কুন্দুৰু, আৰু দূৰ দেশৰ পৰা সুগন্ধি বচ কি অভিপ্ৰায়েৰে আহিছে? তোমালোকৰ হোম-বলিবোৰ গ্ৰহণীয় নহয়, নাইবা তোমালোকৰ মঙ্গলাৰ্থক বলি মোৰ সন্তোষজনক নহয়। ২১ এই হেতুকে যিহোৱাই এই কথা কৈছে, দেখা, ময় এই জাতিৰ আগত উজুটি খোৱা মূঢ়া থম; তাতে বাপেক আৰু পুতেকহঁতে একে সময়ত তাত উজুটি খাই পড়িব, ওচৰ-চুবুৰীয়া আৰু তাৰ বন্ধু বিনষ্ট হব।

২২ যিহোৱাই এই কথা কৈছে, দেখা, উত্তৰ দেশৰ পৰা এক জাতি আহিছে, পৃথিবীৰ অন্তভাগৰ পৰা এক মহাজাতি উত্তেজিত হৈছে। ২৩ সিহঁতে ধনু আৰু বড়শা ধৰে; সিহঁত নিষ্ঠুৰ আৰু দয়াহীন; সিহঁতৰ শবদ সমুদ্ৰৰ গৰ্জ্জনৰ নিচিনা, আৰু সিহঁত ঘোঁৰাত উঠে; হে চিয়োন-জীয়াৰী, তোমাৰ বিৰুদ্ধে সিহঁত প্ৰতিজনে যুদ্ধাৰুৰ নিচিনাকৈ সাজু হৈ আছে। ২৪ আমি সিহঁতৰ যশস্যা শুনিছোঁ, আমাৰ হাত দুৰ্ব্বল হল; যাতনাই, প্ৰসৱকাৰিণীৰ বেদনাৰ নিচিনা বেদনাই আমাক ধৰিছে। ২৫ পথাৰলৈ নেযাবা, আৰু ৰাজ-আলিত অহাযোৱা নকৰিবা; কিয়নো শত্ৰুৰ তৰোৱাল, আৰু চাৰিওকালে ত্ৰাস আছে। ২৬ হে মোৰ জাতিস্বৰূপা জীয়াৰী, কঁকালত চট বান্ধা, আৰু ছাইত বাগৰা; একেটী পুত্ৰৰ মৃত্যুৰ নিমিত্তে শোক কৰাৰ দৰে শোক কৰা আৰু অত্যন্ত বিলাপ কৰা; কিয়নো বিনষ্ট কৰোঁতাই অকস্মাতে আমাক আক্ৰমণ কৰিব। ২৭ মোৰ প্ৰজাবিলাকৰ পথ পৰীক্ষা কৰি জানিবৰ নিমিত্তে, ময় সিবিলাকৰ মাজত তোমাক পৰীক্ষক কৰি দুৰ্গস্বৰূপে স্থাপন কৰিলোঁ। ২৮ সিবিলাক সকলোৱেই অতিশয় বিদ্ৰোহী আৰু পৰচৰ্চ্চাকাৰী; সিবিলাক পিত্তল আৰু লোহাস্বৰূপ; সিবিলাক সকলো দুৰাচাৰী। ২৯ ভাটিয়ে বড়কৈ তাও দিছে; সিহ জুইত নষ্ট হৈছে; লোকে মিছাকৈয়ে খপি থাকিছে; কিয়নো ভাঁজস্বৰূপ দুষ্টবোৰক বাহিৰ কৰা নেযায়। ৩০ যিহোৱাই সিবিলাকক অগ্ৰাহ্য কৰা বাবে, মানুহে সিবিলাকক পেলনীয়া ৰূপ বুলিব।

লোকবিলাকৰ কু-আচৰণৰ কাৰণে কোৱা
যিহোৱাৰ ক্ৰোধ-বাক্য।

৭ যিহোৱাৰ পৰা যিৰিমিয়ালৈ এই বাক্য আহিল, [২] বোলে, তুমি যিহোৱাৰ গৃহৰ দুৱাৰত থিয় হৈ, তাত এই বাক্য প্ৰচাৰ কৰা আৰু কোৱা, যিহোৱাক প্ৰণিপাত কৰিবলৈ এই দুৱাৰবোৰত সোমোৱা হে যিহূদাৰ আটাই লোক, যিহোৱাৰ বাক্য শুনা। [৩] ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, তোমালোকে আপোনাবিলাকৰ আচাৰ-ব্যৱহাৰ আৰু কাৰ্য্য শুধৰোৱা; তাতে মই তোমালোকক এই ঠাইত বাস কৰাম। [৪] এইবোৰ যিহোৱাৰ মন্দিৰ, যিহোৱাৰ মন্দিৰ, যিহোৱাৰ মন্দিৰ, এই বুলি কোৱা কথাত তোমালোকে বিশ্বাস নকৰিবা; [৫] কিয়নো, যদি তোমালোকে আপোন আপোন আচাৰ-ব্যৱহাৰ আৰু কাৰ্য্য সম্পূৰ্ণৰূপে শুধৰোৱা, যদি কোনো মানুহ আৰু তাৰ ওচৰ-চুবুৰীয়াৰ মাজত তোমালোকে ন্যায় বিচাৰ সম্পূৰ্ণকৈ সিদ্ধ কৰা, [৬] বিদেশী, পিতৃহীন, আৰু বিধৱাক উপদ্ৰৱ নকৰা, আৰু এই ঠাইত নিৰ্দ্দোষীৰ ৰক্তপাত নকৰা, নাইবা আপোনাবিলাকৰ অপকাৰৰ নিমিত্তে ইতৰ দেৱতাবোৰৰ পাছত নচলা, [৭] তেন্তে মই এই ঠাইত, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক দিয়া এই দেশত তোমালোকক যুগে যুগে অনন্ত কাললৈকে বাস কৰাম। [৮] দেখা, উপকাৰ কৰিব নোৱৰা মিছা কথাত তোমালোকে বিশ্বাস কৰিছা, [৯] তোমালোকে চুৰ, নৰ-বধ, পৰস্ত্ৰীগমন, আৰু মিছা শপথ কৰি, বালৰ উদ্দেশে ধূপ জ্বলাই, তোমালোকে নজনা ইতৰ দেৱতাবোৰৰ পাছত চলি, সেই সকলো ঘিণলগীয়া কাৰ্য্য কৰিবৰ নিমিত্তে, [১০] মোৰ নামেৰে প্ৰখ্যাত এই গৃহত সোমাই মোৰ আগত থিয় হৈ, আমি মুক্তি পালোঁ বুলি কবা নে? [১১] মোৰ নামেৰে প্ৰখ্যাত এই গৃহ তোমালোকৰ দৃষ্টিত ডকাইতৰ গুহা হল নে? যিহোৱাই কৈছে, দেখা, মই, ময়েই তাক দেখিলোঁ। [১২] কিন্তু, পূৰ্ব্বে মই য'ত মোৰ নাম স্থাপন কৰিছিলোঁ, চীলোত থকা মোৰ সেই ঠাইলৈ তোমালোক যোৱা, আৰু মোৰ প্ৰজা ইস্ৰায়েলৰ দুষ্টতাৰ কাৰণে মই তাক যি কৰিছিলোঁ, তাক চোৱা। [১৩] আৰু যিহোৱাই কৈছে, তোমালোকে এইবোৰ কাৰ্য্য কৰিলা, আৰু মই অতি ৰাতিপুৱাতে উঠি তোমালোকক কথা কলত তোমালোকে নুশুনিলা, আৰু মই মাতিলত তোমালোকে উত্তৰ নিদিলা; [১৪] এই হেতুকে মোৰ নামেৰে প্ৰখ্যাত, তোমালোকে বিশ্বাস কৰা এই গৃহক, তোমালোকক আৰু তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক মই দিয়া এই ঠাইক, মই চীলোক কৰাৰ দৰে কৰিম। [১৫] আৰু তোমালোকৰ ভাইবিলাকক, এনে কি, ইফ্ৰয়িমৰ গোটেই বংশক যেনেকৈ দূৰ কৰি পেলালোঁ, তেনেকৈ তোমালোককো মোৰ সন্মুখৰ পৰা দূৰ কৰি পেলাম।

[১৬] এই হেতুকে তুমি এই জাতিৰ নিমিত্তে প্ৰাৰ্থনা নকৰিবা, বা সিবিলাকৰ নিমিত্তে নিবেদন কি প্ৰাৰ্থনা উৎসৰ্গ নকৰিবা, বা মোক অনুৰোধ নকৰিবা; কিয়নো মই তোমাৰ কথা নুশুনিম। [১৭] সিবিলাকে যিহূদাৰ নগৰবোৰত, আৰু যিৰূচালেমৰ আলিবোৰত যি কৰিছে, তাক জানো তুমি দেখা নাই? [১৮] মোক বেজাৰ দি আকাশৰ ৰাণীৰ উদ্দেশে পিঠা বনাবলৈ আৰু ইতৰ দেৱতাবোৰৰ উদ্দেশে পেয় নৈবেদ্য উৎসৰ্গ কৰিবলৈ লৰাবিলাকে খৰি বোটলে, বাপেকহঁতে জুই জ্বলায়, আৰু তিৰুতাবোৰে ময়দা খচে। [১৯] যিহোৱাই কৈছে, সিবিলাকে জানো মোকহে বেজাৰ দিব? কিন্তু নিজৰ মুখ বিবৰ্ণ কৰিবলৈ জানো নিজৰ মনকেই বেজাৰ নিদিব? [২০] এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, এই ঠাইৰ ওপৰত, মানুহ, পশু, বাৰীৰ গছ, আৰু ভূমিৰ ফল, এই সকলোৰে ওপৰত মোৰ ক্ৰোধ আৰু কোপাগ্নি ঢলা যাব, আৰু সেয়ে দগ্ধ কৰিব, নুমাই নেযাব।

[২১] ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, তোমালোকে আপোনাবিলাকৰ মঙ্গলাৰ্থক বলিৰ লগত হোম-বলি যোগ কৰা, আৰু মাংস খোৱা। [২২] কিয়নো যি দিনা মই তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক মিচৰ দেশৰ পৰা উলিয়াই আনিছিলোঁ, সেই দিনা মই হোম-বলি কি মঙ্গলাৰ্থক বলিৰ বিষয়ে সিবিলাকক কোৱা বা আজ্ঞা দিয়া নাছিলোঁ। [২৩] কিন্তু সিবিলাকক এই আজ্ঞাহে দিছিলোঁ,

যে, তোমালোকে মোৰ বাক্য শুনা, তাতে ময় তোমালোকৰ ঈশ্বৰ হম, আৰু তোমালোক মোৰ প্ৰজা হবা; আৰু যি পথত চলিবলৈ ময় তোমালোকক আজ্ঞা কৰোঁ, তোমালোকৰ ভালৰ অৰ্থে তোমালোকে সেই পথত চলা। [২৪] কিন্তু সিবিলাকে নুশুনি কাণ নেপাতি আপোনাবিলাকৰ কুমন্ত্ৰণা আৰু দুষ্ট মনৰ কঠিনতা অনুসাৰেহে চলিলে, আৰু আগ নেবাঢ়ি পাছ হুহকিল। [২৫] তোমালোকৰ পূৰ্ব্বপুৰুষবিলাক মিচৰ দেশৰ পৰা ওলাই অহা দিনৰে পৰা আজিলৈকে, ময় প্ৰতিপ্ৰভাতে উঠি, সদায় মোৰ সকলো দাস ভাববাদীবিলাকক তোমালোকৰ ওচৰলৈ পঠাই আছোঁ। [২৬] তথাপি লোকবিলাকে মোৰ বাক্যলৈ মন নিদিলে, কি কাণো নেপাতিলে; কিন্তু আপোন আপোন ডিঙি ঠৰ কৰিলে, আপোনাবিলাকৰ পূৰ্ব্বপুৰুষবিলাকতকৈয়ো অধিক কু-আচৰণ কৰিলে।

[২৭] তুমি সিবিলাকক এই আটাইবোৰ কথা কবা, কিন্তু সিবিলাকে তোমাৰ কথা নুশুনিব; আৰু তুমি সিবিলাকক মাতিবা, কিন্তু সিবিলাকে তোমাক উত্তৰ নিদিব। [২৮] তেতিয়া তুমি সিবিলাকক কবা, এয়ে আপোন ঈশ্বৰ যিহোৱাৰ বাক্য নুশুনা বা শাস্তি গ্ৰহণ নকৰা জাতি; বিশ্বস্ততা নষ্ট হল, আৰু ইবিলাকৰ মুখৰ পৰা তাক দূৰ কৰা হল।

[২৯] হে যিৰূচালেম, তোমাৰ চুলি কাটি পেলাই দিয়া, আৰু বৃক্ষশূন্য পৰ্ব্বতবোৰত উঠি বিলাপ কৰা; কিয়নো যিহোৱাই আপোন ক্ৰোধৰ পাত্ৰ এই বংশক অগ্ৰাহ্য কৰিলে, পৰিত্যাগ কৰিলে। [৩০] কিয়নো, যিহোৱাই কৈছে, মোৰ সাক্ষাতে যি কুচ্ছিত, যিহুদাৰ সন্তানবিলাকে তাকেই কৰিলে; মোৰ নামেৰে প্ৰখ্যাত হোৱা গৃহটী অশুচি কৰিবৰ অৰ্থে সিবিলাকে তাৰ ভিতৰত আপোনাবিলাকৰ ঘিণলগীয়া বস্তবোৰ ৰাখিলে। [৩১] আৰু সিবিলাকৰ পো-জীবিলাকক জুইত পুৰিবলৈ হিন্নোমৰ পুতেকৰ উপত্যকাত থকা তোফতৰ ওখ ঠাইবোৰ সাজিলে, ইয়াক ময় আজ্ঞা কৰা নাছিলোঁ, আৰু মোৰ মনত উদয়ো হোৱা নাছিল। [৩২] যিহোৱাই কৈছে, এই হেতুকে দেখা, যি দিনা সেই ঠাই তোফৎ বা হিন্নোমৰ পুতেকৰ উপত্যকা বুলি আৰু প্ৰখ্যাত নহব, কিন্তু হত্যাৰ উপত্যকা বুলি প্ৰখ্যাত হব, এনে দিন আহিছে; কাৰণ সেই দিনা লোকবিলাকে তোফতত পুতিবলৈ ঠাই নোহোৱালৈকে তাত মৰা শৱ পুতি থাকিব। [৩৩] তাতে এই জাতিৰ শৱ আকাশৰ চৰাইৰ আৰু পৃথিবীৰ জন্তুবোৰৰ আহাৰ হব, সেইবোৰক কোনেও ভয় নেদেখুৱাব। [৩৪] তেতিয়া ময় যিহুদাৰ নগৰবোৰৰ পৰা আৰু যিৰূচালেমৰ আলিবোৰৰ পৰা উল্লাসৰ ধ্বনি, আনন্দৰ ধ্বনি, আৰু দৰা-কন্যাৰ ধ্বনি লুপ্ত কৰিম; কিয়নো দেশ উচ্ছন্ন ঠাই হব।

৮ যিহোৱাই কৈছে, সেই দিনা শত্ৰুৱে যিহুদাৰ ৰজাবিলাকৰ, তাৰ অধ্যক্ষবিলাকৰ, পুৰোহিতবিলাকৰ, ভাববাদীবিলাকৰ, আৰু যিৰূচালেম-নিবাসীবিলাকৰ হাড়বোৰ সিবিলাকৰ মৈদামৰ পৰা উলিয়াব। [২] সিবিলাকে ভাল পোৱা, সেৱা কৰা, পাছত চলা, বিচৰা, আৰু প্ৰণিপাত কৰা সূৰ্য্য চন্দ্ৰ আদি আকাশ-মণ্ডলৰ আটাই বাহিনীৰ আগত সিহঁতে সেই হাড়বোৰ মেলিব; সেইবোৰক গোটোৱা বা পোতা নহব, সেইবোৰ মাটিৰ ওপৰত সাৰস্বৰূপ হৈ থাকিব। [৩] বাহিনীবিলাকৰ যিহোৱাই কৈছে, ময় যি যি ঠাইলৈ এই দুষ্ট গোষ্ঠীৰ অৱশিষ্ট ভাগ খেদিলোঁ, সেই সেই ঠাইত অৱশিষ্ট সেই গোষ্ঠীৰ পক্ষে জীৱনতকৈ মৃত্যু বাঞ্ছনীয় হব।

[৪] তুমি সিবিলাকক আৰু কবা, যিহোৱাই এই কথা কৈছে, যে, মানুহ পড়ি জানো পুনৰায় নুঠিব? বা অপথে গৈ জানো আকৌ উলটি নাহিব? [৫] তেন্তে কিয় যিৰূচালেমৰ এই জাতিয়ে বাট এৰি নিত্যে বিপথগামী হৈ থাকে? সিবিলাকে প্ৰতাৰণাত লাগি থাকি উলটি আহিবলৈ অমান্তি হয়। [৬] ময় কাণ পাতি শুনিলোঁ; সিবিলাকে যথাৰ্থ কথা নকলে; ময় কি কৰিলোঁ? এই বুলি কৈ কোনো মানুহে আপোন দুষ্টতাৰ নিমিত্তে খেদ নকৰে; যুদ্ধলৈ অতি বেগেৰে লৰ মাৰি যোৱা ঘোঁৰাৰ নিচিনাকৈ সিবিলাক প্ৰতিজনে আপোন আপোন পথলৈ ঘূৰে। [৭] আকাশত ফুৰা হাড়গিলাই আপোনাৰ নিৰূপিত সময় বুজে, আৰু কপৌ, তেলটুপি, আৰু বগলিয়ে আপোন আপোন অহাৰ কাল পালন কৰে; কিন্তু মোৰ প্ৰজা-

বিলাকে যিহোৱাৰ শাসন নেজানে। [৮] আমি জ্ঞানী, আৰু যিহোৱাৰ ব্যৱস্থা আমাৰ লগত আছে, এই বুলি তোমালোকে কেনেকৈ কব পাৰা? কিন্তু দেখা, লিখকবিলাকৰ মিছাকৈ লিখা লিখনীয়ে তাক মিছা কৰি পেলালে। [৯] জ্ঞানীবিলাকে লাজ পাইছে, সিবিলাক ব্যাকুল হৈ ধৰা পৰিল; দেখা, সিবিলাকে যিহোৱাৰ বাক্য অগ্ৰাহ্য কৰিলে, তেন্তে সিবিলাকৰ জ্ঞান কি ৰকমৰ? [১০] সেই নিমিত্তে ময় সিবিলাকৰ তিৰুতাবোৰ অন্যক দিম, আৰু আন আন অধিকাৰীবিলাকক সিবিলাকৰ ক্ষেতিবোৰ দিম; কিয়নো সৰুৰ পৰা বৰলৈকে প্ৰতিজন লোভত আসক্ত, ভাববাদীৰ পৰা পুৰোহিতলৈকে প্ৰতিজনে প্ৰবঞ্চনাৰ কাৰ্য্য কৰে। [১১] যেতিয়া কোনো শান্তি নাই, তেতিয়া সিবিলাকে শান্তি শান্তি বুলি কৈ মোৰ প্ৰজাবিলাকৰ ঘা সামান্যৰূপে সুস্থ কৰিলে। [১২] সিবিলাকে ঘিণলগীয়া কাৰ্য্য কৰাত লাজ পাওক ছাৰি সিবিলাকে মুখ বিবৰ্ণ কৰিবলৈকে জনা নাই; এই নিমিত্তে সিবিলাক পতিত হোৱা লোকবিলাকৰ মাজত পতিত হব; যিহোৱাই কৈছে, ময় সিবিলাকক দণ্ড দিয়া সময়ত সিবিলাকে উজুটি খাই পৰিব। [১৩] যিহোৱাই কৈছে, ময় সিবিলাকক নিঃশেষে সংহাৰ কৰিম; দ্ৰাক্ষালতাত দ্ৰাক্ষাগুটি, বা ডিমৰু গছত ডিমৰু গুটি নেথাকিব, আৰু পাত জঁয় পৰিব, আৰু ময় সিবিলাকৰ নিমিত্তে আক্ৰমণকাৰীবিলাকক নিৰূপণ কৰিম। [১৪] "আমি কিয় বহি থাকোঁ? আহাঁ, আমি একে লগ হৈ গড়েৰে আবৃত নগৰত সোমাওঁ, আৰু তাত নিজম দি থাকোঁ; কিয়নো আমাৰ ঈশ্বৰে আমাৰ মুখ বন্ধ কৰিলে, আৰু বিহ গছৰ ৰস পান কৰালে, কাৰণ আমি যিহোৱাৰ বিৰুদ্ধে পাপ কৰিলোঁ। [১৫] আমি শান্তিৰ আশা কৰিছিলোঁ, কিন্তু মঙ্গল নহল; আৰু সুস্থৰ সময়লৈ বাট চাইছিলোঁ, কিন্তু দেখা, ত্ৰাস উপস্থিত।" [১৬] দানৰ পৰা শত্ৰুৰ ঘোঁৰাবোৰৰ নাকৰ শবদ শুনা গৈছে? তাৰ বলৱান ঘোঁৰাবোৰৰ টেক্‌-টেকনিত গোটেই দেশ কঁপিছে; কিয়নো সিহঁতে আহি দেশ আৰু তাৰ মাজত থকা সকলো বস্তু, নগৰ, আৰু তাৰ নিবাসীবিলাকক গ্ৰাস কৰিছে। [১৭] কিয়নো দেখা, ময় তোমালোকৰ মাজলৈ মন্ত্ৰ নমনা সৰ্প, কালসৰ্পবোৰ পঠাম; যিহোৱাই কৈছে, সেইবোৰে তোমালোকক দংশিব।

যিৰিমিয়াৰ বিলাপ-গীত।

[১৮] অহ, ময় দুঃখনিবাৰক সান্ত্বনা পোৱা হলে, কেনে ভাল আছিল! মোৰ হৃদয় মোৰ অন্তৰত অতি দুৰ্ব্বল হৈছে। [১৯] দেখা, অতি দূৰ দেশৰ পৰা মোৰ জাতিস্বৰূপা জীয়াৰীৰ কাতৰোক্তিৰ স্বৰ শুনা গৈছে। যিহোৱা চিয়োনত নাই নে? তাৰ ৰজা তাৰ ভিতৰত নাই নে? সিবিলাকে কটা প্ৰতিমা আৰু বিজাতীয় অসাৰ বস্তুবোৰৰ দ্বাৰায় মোক কিয় বেজাৰ দিছে? [২০] শস্য দোৱাৰ সময় অতীত হল, গুটি পাৰিবৰ কাল শেষ হল, কিন্তু আমি পৰিত্ৰাণ পোৱা নাই। [২১] মোৰ জাতিস্বৰূপা জীয়াৰীৰ আঘাতৰ নিমিত্তে ময় অতিশয় আঘাতিত হৈছোঁ, ময় শোক কৰিছোঁ, বিচুৰ্তি খাইছোঁ। [২২] গিলিয়দত জানো ঘা সুস্থ কৰা বৃক্ষৰস নাই? বা তাত জানো চিকিৎসক নাই? তেন্তে মোৰ জাতিস্বৰূপা জীয়াৰীৰ ঘা কিয় সুস্থ হোৱা নাই?

৯ অহ, মোৰ জাতিস্বৰূপা জীয়াৰীৰ হত হোৱাবিলাকৰ নিমিত্তে দিনে-ৰাতিয়ে কান্দিবলৈ, মোৰ মূৰ জলময়, আৰু মোৰ চকু দুটা চকু-লোৰ ভুমুকস্বৰূপ হোৱা হলে, কেনে ভাল আছিল! [২] অহ, মোৰ জাতিক এৰি সিবিলাকৰ পৰা আঁতৰি যাবৰ নিমিত্তে, অৰণ্যত পথিকবিলাকৰ ৰাতি থকা ঠাই মোৰ হোৱা হলে, কেনে ভাল আছিল! কিয়নো সিবিলাক সকলোৱেই ব্যভিচাৰী, বিশ্বাসঘাতক লোকৰ সমাজ। [৩] আৰু সিবিলাকে আপোনাৰ জিবাৰূপ ধনুত আপোনাৰ মিছা কথাস্বৰূপ বাণ জোৰে, আৰু দেশত পৰাক্ৰমী হয়, কিন্তু সত্যৰ নিমিত্তে নহয়; কিয়নো সিবিলাকে এক দুষ্টতাৰ পৰা আন দুষ্টতালৈ আগ বাঢ়ি যায়, আৰু যিহোৱাই কৈছে, সিবিলাকে মোক হলে নেজানে। [৪] তোমালোকে প্ৰতিজনে আপোন আপোন ওচৰ-চুবুৰীয়াৰ বিষয়ে সাৱধান হোৱা, আৰু কোনো ভাইক বিশ্বাস নকৰিবা; কিয়নো প্ৰতিজন ভায়ে সম্পূৰ্ণকৈ ঠগায়, আৰু প্ৰতিজন

চুবুৰীয়াই কথা চৰ্চ্চি ফুৰে। ⁵ আৰু প্ৰতিজনে আপোন আপোন ওচৰ-চুবুৰীয়াক প্ৰবঞ্চনা কৰে, সত্য নকয়; সিবিলাকে মিছা কথা কবলৈ আপোন আপোন জিবাক শিকালে; সিবিলাকে অপৰাধ কৰি আপোনাকে আপুনি ভাগৰ লগায়। ⁶ তোমাৰ বসতিৰ ঠাই ছলৰ মাজত আছে; যিহোৱাই কৈছে, সিবিলাকে ছলৰ কাৰণে মোক জানিবলৈ অমান্তি হয়।

⁷ এই হেতুকে বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা, ময় সিবিলাকক গলাই পৰীক্ষা কৰিম; কিয়নো মোৰ জাতিস্বৰূপা জীয়াৰীৰ কাৰণে ময় আন কি কৰিব পাৰোঁ? ⁸ সিবিলাকৰ জিবা প্ৰাণনাশক বাণস্বৰূপ, সেয়ে ছলৰ কথা কয়; সিবিলাক প্ৰতিজনে মুখেৰে ওচৰ-চুবুৰীয়াৰ লগত শান্তিৰ কথা কয়, কিন্তু অন্তৰত তাৰ নিমিত্তে খাপ দি থাকে। ⁹ যিহোৱাই কৈছে, ময় সিবিলাকক এইবোৰৰ কাৰণে দণ্ড নিদিম নে? মোৰ প্ৰাণে এনে জাতিৰ প্ৰতিকাৰ নেসাধিব নে?

¹⁰ ময় পৰ্ব্বতবোৰৰ নিমিত্তে ক্ৰন্দন আৰু হাহাকাৰ কৰিম, আৰু অৰণ্যৰ চৰণী ঠাইৰ নিমিত্তে বিলাপ কৰিম; কিয়নো সেইবোৰৰ মাজেদি কোনেও যাব নোৱাৰাকৈ সেইবোৰ দগ্ধ হল, পশুৰ মাত তাত শুনা নেযায়, আকাশৰ চৰাইবোৰ, আৰু পশুবোৰো পলাই গুচি গল। ¹¹ ময় যিৰূচালেমক ভগ্নৰাশি, শিয়ালৰ বাসস্থান কৰিম; আৰু ময় যিহূদাৰ নগৰবোৰ নিবাসী-শূন্য ধ্বংসস্থান কৰিম। ¹² সেই সকলো বুজিব পৰা কোন জ্ঞানী লোক আছে? আৰু তাক প্ৰকাশ কৰিবৰ নিমিত্তে যিহোৱাই যাৰ আগত নিজ মুখে কৈছিল, এনে কোন মানুহ আছে? এই দেশৰ মাজেদি কোনেও যাব নোৱাৰাকৈ এয়ে কিয় বিনষ্ট আৰু মৰুভূমিৰ নিচিনা দগ্ধ হল?

¹³ যিহোৱাই কৈছে, কাৰণ এই, ময় সিবিলাকৰ আগত স্থাপন কৰা মোৰ ব্যৱস্থা সিবিলাকে ত্যাগ কৰিলে, আৰু মোৰ বাক্যলৈ কাণ নিদিলে, বা তাত নচলিলে; ¹⁴ কিন্তু আপোন মনৰ কঠিনতা অনুসাৰে, আৰু সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকে সিবিলাকক শিকোৱা বাল দেৱতাবোৰৰ পাছত চলিলে। ¹⁵ এই হেতুকে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা, ময় এই লোকবিলাকক নাগ্‌দানা ভোজন কৰাম, আৰু বিহ গছৰ ৰস পান কৰাম। ¹⁶ সিবিলাকে বা সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকে নজনা জাতিবিলাকৰ মাজত ময় সিবিলাকক ছিন্নভিন্ন কৰিম; আৰু ময় সিবিলাকক সংহাৰ নকৰোঁমানলৈকে, সিবিলাকৰ পাছে পাছে তৰোৱাল পঠাম।

¹⁷ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, তোমালোকে বিবেচনা কৰা; বিলাপ-কাৰিণীহঁতক মাতা, সিহঁত আহোক; বিলাপ কৰাত নিপুণ তিৰুতাবিলাকৰ ওচৰলৈ মানুহ পঠোৱা, সিহঁত আহোক। ¹⁸ চকু-লোত আমাৰ চকু উটি যাবৰ নিমিত্তে, আৰু আমাৰ চকুৰ পিৰঠিয়েদি বেগেৰে পানী ওলাবৰ নিমিত্তে সিহঁতে খৰকৈ আহি আমাৰ কাৰণে হাহাকাৰ কৰোক। ¹⁹ কিয়নো চিয়োনৰ পৰা হাহাকাৰৰ শবদ শুনা গৈছে, আমি কেনে বিনষ্ট হলোঁ! আমি দেশ ত্যাগ কৰা বাবে, সিহঁতে আমাৰ নিবাসবোৰ ভাঙ্গি পেলোৱাৰ নিমিত্তে আমি অতি ব্যাকুল হলোঁ। ²⁰ তথাপি হে তিৰুতা-বিলাক, যিহোৱাৰ বাক্য শুনা, আৰু তোমা-লোকৰ কাণে তেওঁৰ মুখৰ বাক্য গ্ৰহণ কৰোক, আৰু তোমালোকে আপোন আপোন জীয়েৰা-হঁতক হাহাকাৰ কৰিবলৈ শিক্ষা দিয়া, আৰু তোমালোক প্ৰতিজনীয়ে আপোন আপোন ওচৰ-চুবুৰীয়ানীক বিলাপ কৰিবলৈ শিকোৱা। ²¹ কিয়নো মৃত্যুৱে বাহিৰত লৰাবিলাকক আৰু চকত ডেকাবিলাকক উচ্ছন্ন কৰি, খিলিকিয়েদি উঠি আমাৰ অট্টালিকাবোৰতো সোমাল। ²² তুমি কোৱা, যিহোৱাই এই ৰূপে কৈছে, মানুহবিলাকৰ শৱ সাৰৰ নিচিনাকৈ, আৰু দাওঁতাৰ পাছত এৰি যোৱা মুঠিৰ নিচিনাকৈ পথাৰত পড়ি থাকিব; কোনেও সেইবোৰ নোগোটাব।

যিহোৱাবিষয়ক জ্ঞানৰ প্ৰাধান্য আৰু দেৱপূজাৰ মূৰ্খতা।

²³ যিহোৱাই এই কথা কৈছে, জ্ঞানীয়ে আপোন জ্ঞানত, বীৰে আপোন পৰাক্ৰমত, আৰু ধনীয়ে আপোন ধনত গৌৰৱ নকৰোক; ²⁴ কিন্তু

যি জনে গৌৰৱ কৰে, সি ইয়াতহে গৌৰৱ কৰোক, যে, সি মোৰ বিষয়ে বুজে আৰু জানে, যে, ময় পৃথিবীত দয়া, বিচাৰ, আৰু ধাৰ্ম্মিকতা সিদ্ধ কৰোঁতা যিহোৱা ; কিয়নো এইবোৰত ময় সন্তোষ পাওঁ, ইয়াক যিহোৱাই কৈছে। [২৫] যিহোৱাই কৈছে, দেখা, এনে দিন আহিছে, যে, সেই দিনা ময় চুন্নৎ হোৱা-বিলাকক অচুন্নৎ বুলি দণ্ড দিম। [২৬] ময় মিচৰ, যিহুদা, ইদোম, অম্মোনৰ সন্তানবিলাক, মোৱাব, আৰু কুমৰ গুৰিত ডাঢ়ি-চুলি কটা অৰণ্য-নিবাসী লোকবিলাকক দণ্ড দিম ; কিয়নো সেই আটাই জাতিবিলাক অচুন্নৎ, আৰু ইস্ৰায়েলৰ গোটেই বংশ হৃদয়ত অচুন্নৎ।

১০ হে ইস্ৰায়েল বংশ, যিহোৱাই তোমা-লোকক যি কথা কৈছে, তাক শুনা ; [২] যিহো-ৱাই এইৰূপে কৈছে, তোমালোকে জাতিবোৰৰ ব্যৱহাৰ নিশিকিবা, আৰু আকাশ-মণ্ডলৰ নানা অদ্ভুত লক্ষণ দেখি ব্যাকুল নহবা ; কাৰণ জাতি-বোৰেহে সেইবোৰ দেখি ব্যাকুল হয়। [৩] কিয়নো জাতিবোৰৰ ৰীতি-নীতিবোৰ অসাৰ ; কাৰণ এজন মানুহে কাঠনিৰ পৰা এডাল গছ কাটি উলিয়ায় ; সেয়ে কুঠাৰেৰে কৰা মানুহৰ হাতৰ কাৰ্য্য হৈ উঠে। [৪] মানুহে তাক ৰূপ আৰু সোণেৰে অলঙ্কৃত কৰে, আৰু সেয়ে নলৰিবৰ নিমিত্তে হাঁতুৰীৰে গজাল মাৰি তাক শকত কৰে। [৫] সেইবোৰ শিল্পকাৰে খৰ্জ্জুৰ গছৰ আকৃতিৰে কুন্দত কটা কাঠৰ নিচিনা, আৰু কথা নকয় ; সেইবোৰক বৈ নিব লগীয়া হয়, কাৰণ সেইবোৰে খোজ কাঢ়িব নোৱাৰে। তোমালোকে সেইবোৰলৈ ভয় নকৰিবা ; কাৰণ সেইবোৰে অহিত কৰিব নোৱাৰে, আৰু হিত কৰিবলৈকো সেইবোৰৰ সাধ্য নাই। [৬] হে যিহোৱা, তোমাৰ তুল্য কোনো নাই ; তুমি মহান, আৰু তোমাৰ নাম পৰাক্ৰমত মহৎ। [৭] হে জাতিবোৰৰ মহাৰাজ, তোমাক কোনে ভয় নকৰিব ? কিয়নো সেয়ে তোমাৰেই উপযুক্ত। কাৰণ জাতিবোৰৰ সকলো জ্ঞানী লোকৰ মাজত, আৰু সিহঁতৰ সকলো ৰাজ্যৰ মাজত তোমাৰ তুল্য কোনো নাই। [৮] কিন্তু সিহঁত সম্পূৰ্ণকৈ পশুতুল্য আৰু নিৰ্ব্বোধ ; মূৰ্ত্তিবোৰৰ শিক্ষা এডোখৰ কাঠ মাথোন। [৯] তৰ্চীচৰ পৰা শিল্প-কাৰৰ আৰু সোণাৰীৰ হাতে কৰা পতা-ৰূপ আৰু উফজৰ পৰা সোণ অনা হয় ; সেই-বোৰৰ পৰিধান-বস্ত্ৰ নীল আৰু বেঙেনা বৰণীয়া সূতাৰে কৰা ; সেই আটাইবোৰ নিপুণ মানুহৰ কাৰ্য্য। [১০] কিন্তু যিহোৱা সত্য ঈশ্বৰ, তেওঁ জীৱন্ত ঈশ্বৰ, আৰু অনন্তকালস্থায়ী ৰজা : তেওঁৰ ক্ৰোধত পৃথিবী কঁপে, আৰু জাতিবোৰে তেওঁৰ কোপ সহিব নোৱাৰে।

[১১] তোমালোকে সিহঁতক এই কথা কোৱা, যি দেৱতাবোৰে আকাশ-মণ্ডল আৰু পৃথিবী সৃজন কৰা নাই, সেইবোৰ পৃথিবীৰ পৰা, আকাশ-মণ্ডলৰ তলৰ পৰা উচ্ছন্ন হব।

[১২] তেওঁ আপোন শক্তিৰে, পৃথিবী সৃজন কৰিলে, নিজ জ্ঞানেৰে জগত স্থাপন কৰিলে, আৰু নিজ বুদ্ধিৰে আকাশ-মণ্ডল বিস্তাৰ কৰিলে। [১৩] তেওঁ মাত লগালে আকাশ-মণ্ডলত জলসমূহৰ কোলাহল হয়, আৰু তেওঁ পৃথিবীৰ অন্ত ভাগৰ পৰা ভাপবোৰ তোলে ; তেওঁ বৃষ্টিৰ নিমিত্তে বিজুলী সৃজে, আৰু আপোন ভঁৰালৰ পৰা বতাহ বাহিৰ কৰি আনে। [১৪] প্ৰতিজন মানুহ পশুতুল্য আৰু জ্ঞানশূন্য, প্ৰতিজন সোণাৰী তাৰ কটা-প্ৰতিমাৰ দ্বাৰায় লজ্জিত হয় ; কাৰণ তাৰ সাঁচত ঢলা মূৰ্ত্তি মিছা, সেইবোৰৰ ভিতৰত নিশ্বাস-প্ৰশ্বাস নাই। [১৫] সেইবোৰ ভাপ আৰু প্ৰবঞ্চনাৰ কাৰ্য্য মাথোন ; দণ্ড দিয়া কালত সেইবোৰ বিনষ্ট হব। [১৬] যাকোবৰ অংশ সেইবোৰৰ নিচিনা নহয় ; কিয়নো তেওঁ সকলোৰে নিৰ্ম্মাণকৰ্ত্তা ; আৰু ইস্ৰায়েল তেওঁৰ আধিপত্যৰ ফৈদ ; বাহিনী-বিলাকৰ যিহোৱা তেওঁৰ নাম।

যিৰূচালেম-নিবাসীবিলাকলৈ ঘটিব লগা আপদ।

[১৭] হে অৱৰুদ্ধ নগৰ-নিবাসিনি, মাটিৰ পৰা তোমাৰ বস্তু বেহানি গোটাই লোৱা ; [১৮] কিয়নো যিহোৱাই এই কথা কৈছে, দেখা, ময় এই সময়ত দেশ-নিবাসীবিলাকক ফিঙ্গাৰ শিলৰ নিচিনাকৈ দলিয়াই পেলাম, আৰু সিহঁতৰ মনত লগাকৈ সিহঁতক দুঃখ দিম। [১৯] হায় হায়, ময় কেনে ভগ্ন হলোঁ ! মোৰ ঘা অতি কষ্টদায়ক ; তথাপি ময় কলোঁ, এয়ে মোৰ ৰোগ, ময় ইয়াক

সহিবই লাগে। [২০] মোর তাম্বু নষ্ট হল, মোর সকলো রচি ছিগি গল; মোর পোইঁত মোর পরা গুচি গল, সিহঁত আরু নাই; মোর তাম্বু আকৌ তরিবলৈ, আরু মোর তাম্বুর কাপর তুলিবলৈ কোনো নাই। [২১] কিয়নো রখীয়া-বিলাক পশুতুল্য হল, আরু সিবিলাকে যিহোৱার পরামর্শ নললে; এই কারণে সিবিলাকে মঙ্গল পোৱা নাই, সিবিলাকর আটাই জাক গোট গোট হৈ গল। [২২] দেখা, জনরব উঠিছে, আরু যিহূদার নগরবোরক ধ্বংসস্থান আরু শিয়ালর বাসস্থান করিবলৈ উত্তর দিশর পরা ভয়ানক কোলাহল হৈছে; [২৩] হে যিহোৱা, ময় জানো, যে, মানুহর গতি নিজ অধিকারত নেথাকে; আপোন খোজ স্থির করিবলৈ খোজ চলাওঁতা জনর শক্তি নাই। [২৪] হে যিহোৱা, মোক কেৱল ন্যায়েরে শুধরোৱা, ক্রোধেরে নহয়; নহলে, মোক হ্রাস করিবা। [২৫] যি জাতিবোরে তোমাক নেজানে, আরু যি গোষ্ঠীবোরে তোমার নামেরে প্রার্থনা নকরে, সিহঁতর ওপরত তোমার কোপ ঢালা; কিয়নো সিহঁতে যাকোবক গ্রাস করিলে, এনে কি তাক গ্রাস করি তাক অন্ত করিলে, আরু তার বাসস্থান ধ্বংস করিলে।

লোকবিলাকে নিয়মটী ভঙ্গা, আরু ভাব-
বাদীলৈ কুব্যৱহার করা।

**১১** যিরিমিয়ালৈ যিহোৱার পরা এই বাক্য আহিল, বোলে, [২] তোমালোকে এই নিয়মটীর বাক্য শুনা, আরু যিহূদার লোকবিলাকক ও যিরূচালেম-নিবাসীবিলাকক কোৱা; [৩] তুমি সিবিলাকক কোৱা, ইস্রায়েলর ঈশ্বর যিহোৱাই এই রূপে কৈছে, [৪] আজিকালির দুগ্ধ মধু বোৱা এই দেশ তোমালোকর পূর্ব্বপুরুষবিলাকক দিবলৈ যি শপথ করিছিলোঁ, ময় সেই শপথ সিদ্ধ করিবর নিমিত্তে, মোর বাক্য পালন করা, আরু ময় তোমালোকক দিয়া সকলো আজ্ঞা অনুসারে কার্য্য করা, তাতে তোমালোক মোর প্রজা হবা, [৫] আরু ময় তোমালোকর ঈশ্বর হম, এই বুলি কৈ, অগ্নিকুণ্ডস্বরূপ মিচর দেশর পরা সিবিলাকক উলিয়াই আনিবর দিনা তোমালোকর পূর্ব্বপুরুষবিলাকক আজ্ঞা করা এই নিয়মটীর বাক্য যি মানুহে নুশুনে, সেই মানুহ শাপগ্রস্ত হওক। তেতিয়া ময় উত্তর দি কলোঁ, হে যিহোৱা, সেই দরেই হওক।

[৬] আরু যিহোৱাই মোক কলে, যিহূদার নগরবোরত, আরু যিরূচালেমর আলিবোরত এই সকলো বাক্য ঘোষণা করি কোৱা, তোমালোকে এই নিয়মটীর বাক্যলৈ কাণ দিয়া, আরু ইয়াক পালন করা। [৭] কিয়নো, মোর বাক্যলৈ কাণ দিয়া বুলি কৈ, মিচর দেশর পরা তোমালোকর পূর্ব্বপুরুষবিলাকক উলিয়াই আনিবর দিনা ময় অতি যত্নেরে সাক্ষ্য দিছিলোঁ, আরু আজিলৈকে প্রত্যুষে উঠি সাক্ষ্য দি আছোঁ। [৮] তথাপি সিবিলাকে পালন নকরিলে, বা কাণ নেপাতিলে; কিন্তু সিবিলাক প্রতিজনে আপোন আপোন দুষ্ট মনর কঠিনতা অনুসারে চলিলে; এই হেতুকে এই নিয়মটীর যিবোর বাক্য পালন করিবলৈ ময় সিবিলাকক আজ্ঞা দিছিলোঁ, কিন্তু সিবিলাকে নকরিলে, সেই আটাইবোর বাক্য ময় সিবিলাকর ওপরত ঘটালোঁ।

[৯] পাছে যিহোৱাই মোক কলে, যিহূদার লোকবিলাকর আরু যিরূচালেম-নিবাসীবিলাকর ভিতরত চক্রান্ত পোৱা গৈছে। [১০] সিবিলাকে মোর বাক্য শুনিবলৈ অস্বীকার করা সিবিলাকর পূর্ব্বপুরুষবিলাকর অপরাধবোরলৈ ঘূরিল, আরু দেৱপূজা করিবলৈ ইতর দেৱতাবোরর পাছত গল; ইস্রায়েল আরু যিহূদা বংশই সিবিলাকর পূর্ব্বপুরুষবিলাকর লগত ময় স্থাপন করা নিয়মটী ভাঙ্গিলে। [১১] এই হেতুকে যিহোৱাই এই রূপে কৈছে, দেখা, সিবিলাকে সারিব নোৱরা অমঙ্গল ময় সিবিলাকলৈ ঘটাম; তেতিয়া সিবিলাকে মোর আগত কাতরোক্তি করিব, কিন্তু ময় সিবিলাকর কথা নুশুনিম। [১২] তেতিয়া যিহূদার নগরবোরর লোকে আরু যিরূচালেম-নিবাসীবিলাকে গৈ, সিবিলাকে ধূপ জলোৱা দেৱতাবোরর আগত কাতরোক্তি করিব, কিন্তু সেইবোরে সিবিলাকর আপদর সময়ত সিবিলাকক সমুলি ত্রাণ করিব নোৱারিব। [১৩] কিয়নো হে যিহূদা, তোমার নগর যিমান, তোমার দেৱতা সিমান, আরু যিরূচালেমর আলি যিমান, লজ্জাজনক বস্তুর উদ্দেশে, এনে কি বালর নিমিত্তে ধূপ জলাবলৈ তোমালোকে সিমান যজ্ঞবেদি স্থাপন করিলা। [১৪] এই হেতুকে তুমি এই

জাতিৰ নিমিত্তে প্ৰাৰ্থনা নকৰিবা, বা সিবিলাকৰ নিমিত্তে নিবেদন কি প্ৰাৰ্থনা উৎসৰ্গ নকৰিবা; কিয়নো সিবিলাকে আপোনাবিলাকৰ আপদৰ কাৰণে মোৰ আগত কাতৰোক্তি কৰা সময়ত মই নুশুনিম।

[১৫] মোৰ গৃহত মোৰ প্ৰিয়াৰ কি কাৰ্য্য? কিয়নো তাই অনেক লোকে সৈতে ব্যভিচাৰ কৰিলে, আৰু তোমাৰ পৰা পবিত্ৰ মাংস গল; যেতিয়া 'তুমি দুষ্কৰ্ম্ম কৰা, তেতিয়া তুমি উল্লাস কৰি থাকা। [১৬] যিহোবাই তোমাক "উত্তম ফলেৰে শোভিত কেঁচাপতীয়া জিতবৃক্ষ" এই নাম দিলে; তেওঁ মহাকোলাহলৰ শবদেৰে সৈতে তোমাৰ ওপৰত জুই জলালে, আৰু তাৰ ডাল-বোৰ ভগ্ন হল। [১৭] কিয়নো, বালৰ উদ্দেশে ধূপ জলাই মোক বেজাৰ দিবৰ অৰ্থে যিহুদা আৰু ইস্ৰায়েল বংশই নিজৰ বিৰুদ্ধে যি দুষ্কৰ্ম্ম কৰিছিল, তাৰ কাৰণে, তোমাক ৰোপণ কৰা বাহিনী-বিলাকৰ যিহোবাই তোমাৰ বিৰুদ্ধে অমঙ্গল প্ৰকাশ কৰিলে।

[১৮] আৰু যিহোবাই তাৰ বিষয়ে মোক জ্ঞান দিয়াত মই তাক জানিবলৈ পালোঁ; সেই সময়ত তুমি মোক সিবিলাকৰ কাৰ্য্য দেখুবালা। [১৯] কিন্তু মই, বধ কৰিবলৈ নিয়া মৰমৰ মেৰ পোৱালিৰ নিচিনা আছিলোঁ; আৰু, ফলে সৈতে গছডাল কাটোঁহঁক, তাৰ নামৰ সোঁৱৰণ আৰু নহবৰ নিমিত্তে আমি জীবিতবিলাকৰ দেশৰ পৰা তাক উচ্ছন্ন কৰোঁহঁক বুলি কৈ সিবিলাকে যে মোৰ বিৰুদ্ধে কু-আলচ পাতিছিল, তাক মই জনা নাছিলোঁ। [২০] কিন্তু ধাৰ্ম্মিকতাৰে বিচাৰ কৰোঁতা, অন্তৰ আৰু হৃদয় পৰীক্ষা কৰোঁতা হে বাহিনীবিলাকৰ যিহোবা, সিবিলাকৰ ওপৰত তুমি সধা প্ৰতিকাৰ মোক দেখিবলৈ দিয়া; কিয়নো মই তোমাৰ আগতেই মোৰ গোচৰ সোধালোঁ। [২১] এই হেতুকে অনাথোতৰ লোক-বিলাকৰ বিষয়ে যিহোবাই এই কথা কৈছে, সিহঁতে তোমাৰ প্ৰাণ বিচাৰি কয়, যে, যিহো-বাৰ নামেৰে ভাববাণী প্ৰচাৰ নকৰিবা, কৰিলে তুমি আমাৰ হাতত মৰা পৰিবা। [২২] এই হেতুকে বাহিনীবিলাকৰ যিহোবাই এই ৰূপে কৈছে, দেখা, মই সিহঁতক দণ্ড দিম, ডেকা-বোৰ তৰোৱালত মৰিব, সিহঁতৰ পো-জীবোৰ আকালত মৰিব; [২৩] আৰু সিহঁতৰ কোনো অবশিষ্ট নেথাকিব। কিয়নো মই অনাথোতৰ লোকবিলাকলৈ অমঙ্গল ঘটাম, এনে কি, সিবি-লাকক দণ্ড দিয়াৰ বছৰ উপস্থিত কৰিম।

দুষ্টৰ উন্নতি। যিৰিমিয়াৰ দুঃখভোগ। দেশৰ বিনাশ। ইস্ৰায়েলৰ শত্ৰুৰ শেষগতি।

**১২** হে যিহোবা, তুমি ধাৰ্ম্মিক; তথাপি তোমাৰ লগত মোক প্ৰতিবাদ কৰিবলৈ দিয়া, বিচাৰৰ সম্পৰ্কে মোক তোমাৰ লগত কেবল কথা কবলৈ দিয়া। দুষ্টবোৰৰ পথ কিয় উন্নত হয়? অতি বিশ্বাস-ঘাতকবোৰ কিয় কুশলে থাকে? [২] তুমি সিহঁতক ৰুলা, এনে কি সিহঁত শিপালে; সিহঁত বাঢ়িছে, এনে কি, ফলো ধৰিছে; তুমি সিহঁতৰ মুখৰ বাক্যত ওচৰ, কিন্তু সিহঁতৰ হৃদয়ৰ পৰা দূৰ। [৩] কিন্তু হে যিহোবা, তুমি হলে মোক জানি আছা মোক দেখিও আছা, আৰু তোমালৈ মোৰ মন কেনে, তাক পৰীক্ষাও কৰিছা; বধ কৰিবৰ নিমিত্তে উলিওৱা, মেৰৰ নিচিনাকৈ সিহঁতক টানি উ-লিওৱা, আৰু হত্যাদিনৰ নিমিত্তে সিহঁতক পৃথক কৰি ৰাখা। [৪] কিমান দিন দেশে শোক কৰিব, আৰু সমস্ত দেশৰ তৃণ শুকাই থাকিব? নিবাসী-বিলাকৰ দুষ্টতাৰ নিমিত্তে পশু আৰু পক্ষীবোৰৰ সংহাৰ হৈছে; কাৰণ, আমাৰ অন্তিম কাল কোনেও নেদেখিব বুলি লোকবিলাকে কৈছে। [৫] তুমি পদাতিকবিলাকৰ লগত লৰ মাৰিলে, সিহঁতে যদি তোমাক ক্লান্ত কৰে, তেন্তে ঘোঁৰাৰ লগত লৰ মাৰি কেনেকৈ জিকিবা? আৰু যদিও তুমি শান্তিৰ দেশত নিৰাপদে থাকা, তথাপি যৰ্দ্দনৰ শোভাস্বৰূপ অৰণ্যত কি কৰিবা? [৬] কিয়নো তোমাৰ ভাইবিলাকে, তোমাৰ পিতৃবংশয়েই তোমালৈ বিশ্বাস-ঘাতকতা কৰিছে, এনে কি, সিহঁতেই তোমাক ধৰ ধৰ বুলি বৰকৈ চিঁয়ৰিছে; সিহঁতে তোমাক ভাল কথা কলেও, সিহঁতৰ কথাত প্ৰত্যয় নকৰিবা।

[৭] মই মোৰ গৃহ ত্যাগ কৰিলোঁ, মোৰ আধিপত্য এৰি দিলোঁ; মই মোৰ প্ৰাণপ্ৰিয়াক শত্ৰুৰ হাতত সোধাই দিলোঁ। [৮] মোৰ পক্ষে মোৰ আধিপত্য কাঠনিত থকা সিংহৰ নিচিনা হল; সি মোৰ

বিৰুদ্ধে গুঞ্জৰিছে, সেই নিমিত্তে মই তাক ঘিণ কৰিলোঁ। [৯] মোৰ আধিপত্য মোলৈ ফুটুকাফুটুকী চৰাইৰ নিচিনা নহয় নে? তাৰ চাৰিওকালে হিংসক চৰাইবোৰ নাই নে? তোমালোকে যোৱা, মোৰ আধিপত্য ভোজন কৰিবলৈ বনৰীয়া পশু আটাইবোৰক গোটাই আনাগৈ। [১০] অনেক মেৰ-ৰখীয়াই মোৰ দ্ৰাক্ষাবাৰী নষ্ট কৰিলে, মোৰ ভাগ ভৰিৰ তলত মোহাৰিলে, মোৰ সন্তোষজনক ভাগ ধ্বংস-অৰণ্য কৰিলে; [১১] সিহঁতে তাক উচ্ছন্ন ঠাই কৰিলে, সেয়ে ধ্বংস হৈ মোৰ আগত বিলাপ কৰিছে; সমুদায় দেশ উচ্ছন্ন হল, কাৰণ কোনেও মনোযোগ কৰা নাই। [১২] অৰণ্যত থকা বৃক্ষশূন্য পৰ্ব্বতবোৰৰ ওপৰলৈকে ধ্বংসকাৰীবোৰ গল; কিয়নো যিহোৱাৰ তৰোৱালে দেশৰ এক সীমাৰ পৰা আন সীমালৈকে সকলোকে গ্ৰাস কৰিছে, কোনো প্ৰাণীৰ শান্তি নাই। [১৩] সিবিলাকে ঘেঁহু বৈ কাঁইট দালে; সিবিলাকে দুঃখ কৰিও একো উপকাৰ নেপালে; তোমালোকে যিহোৱাৰ প্ৰচণ্ড ক্ৰোধৰ কাৰণে আপোন আপোন ফলৰ বিষয়ে লজ্জিত হোৱা।

[১৪] মই মোৰ প্ৰজা ইস্ৰায়েলক অধিকাৰ কৰোৱা আধিপত্যক স্পৰ্শ কৰা মোৰ আটাই দুষ্ট ওচৰ-চুবুৰীয়াৰ বিৰুদ্ধে যিহোৱাই এই ৰূপে কৈছে, দেখা, মই সিহঁতৰ মাটিৰ পৰা সিহঁতক উঘালিম, আৰু সিহঁতৰ মাজৰ পৰা যিহূদা বংশকো উঘালিম। [১৫] কিন্তু উঘলাৰ পাছে, মই পুনৰায় দয়া কৰিম, আৰু প্ৰতিজনক পুনৰায় তাৰ আধিপত্যলৈ, আৰু তাৰ মাটিলৈ আনিম। [১৬] যেনেকৈ সিহঁতে মোৰ প্ৰজাবিলাকক বালৰ নামেৰে শপত কৰিবলৈ শিকাইছিল, তেনেকৈ যিহোৱাৰ জীৱনৰ শপত বুলি মোৰ নামেৰে শপত কৰিবলৈ মোৰ প্ৰজাবিলাকৰ পথ যদি সিহঁতে যত্নেৰে শিকে, তেন্তে মোৰ প্ৰজাবিলাকৰ মাজত সিহঁতক স্থাপন কৰা হব। [১৭] যদি সিহঁতে নুশুনে, তেন্তে মই সেই জাতিক উঘালি পেলাম, আৰু উঘালি পেলাই তাক নষ্ট কৰিম, ইয়াক যিহোৱাই কৈছে।

পোতা টঙালিৰ উপমা। যিহূদীবিলাকৰ অদম্য দুষ্টতা।

১৩ যিহোৱাই মোক এই ৰূপে কলে, তুমি গৈ শণৰ এগছ টঙালি কিনি তোমাৰ কঁকালত বান্ধা, তাক পানীত নিতিয়াবা। [২] তাতে মই যিহোৱাৰ বাক্য অনুসাৰে এগছ টঙালি কিনি মোৰ কঁকালত বান্ধিলোঁ। [৩] পাছে দ্বিতীয়বাৰ যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, [৪] বোলে, তুমি যি টঙালি কিনিলা, আৰু তোমাৰ কঁকালত আছে, তাক লোৱা, আৰু উঠি ফৰাতলৈ গৈ শিলৰ কাটত তাক লুকুৱাই ৰাখা। [৫] তাতে মই যিহোৱাৰ আজ্ঞা অনুসাৰে গৈ ফৰাতৰ কোষত তাক লুকুৱাই ৰাখিলোঁ। [৬] পাছে বহুদিন গলত যিহোৱাই মোক কলে, তুমি ফৰাতলৈ যোৱা, আৰু মই তাত লুকুৱাই ৰাখিবলৈ তোমাক আজ্ঞা দিয়া টঙালিগছ তাৰ পৰা আনাগৈ। [৭] তেতিয়া মই ফৰাতলৈ গৈ, মই লুকুৱাই থোৱা ঠাইৰ পৰা টঙালিগছ খানি আনিলোঁ; কিন্তু দেখা, সেই টঙালিগছ নষ্ট হল, কোনো কাৰ্য্যৰ যোগ্য নাছিল। [৮] তেতিয়া যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, যিহোৱাই কৈছে, [৯] এই ৰূপে মই যিহূদাৰ অহঙ্কাৰ আৰু যিৰূচালেমৰ মহা-অহঙ্কাৰ নষ্ট কৰিম। [১০] এই যি দুষ্ট জাতিয়ে মোৰ কথা শুনিবলৈ অমান্তি হৈ আপোন হৃদয়ৰ কঠিনতা অনুসাৰে চলে, আৰু ইতৰ দেৱতাবোৰক সেৱা-পূজা আৰু সেইবোৰৰ আগত প্ৰণিপাত কৰিবৰ অৰ্থে সেইবোৰৰ পাছত যায়, ইহঁত, কোনো কাৰ্য্যৰ যোগ্য নোহোৱা এই টঙালিগছৰ নিচিনা হব; [১১] কিয়নো, যিহোৱাই কৈছে, মানুহৰ কঁকালত যেনেকৈ টঙালি লাগি থাকে, তেনেকৈ মই গোটেই ইস্ৰায়েল-বংশক আৰু গোটেই যিহূদা-বংশক মোৰ প্ৰজা, আৰু মোৰ কীৰ্ত্তি, প্ৰশংসা, আৰু ভূষণস্বৰূপ কৰিবৰ অৰ্থে আপোনাতে লগাই ৰাখিছিলোঁ; কিন্তু সিবিলাকে নুশুনিলে। [১২] এই হেতুকে তুমি সিবিলাকক এই কথা কবা, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই ৰূপে কৈছে, আটাইবোৰ মোট দ্ৰাক্ষাৰসেৰে পূৰ কৰা যাব; তাতে সিবিলাকে তোমাক কব, প্ৰত্যেক মোট যে দ্ৰাক্ষাৰসেৰে পূৰ কৰা যাব, তাক জানো আমি ভালকৈ নেজানো। [১৩] তেতিয়া তুমি সিবিলাকক কবা, যিহোৱাই এই কথা কৈছে, দেখা, মই এই দেশ-নিবাসী আটাইকে, এনে কি, দায়ূদৰ সিংহাসনত বহোঁতা ৰজাবিলাকক, পুৰোহিতবিলাকক, ভাববাদীবিলাকক, আৰু যিৰূচালেম-নিবাসী সকলোকে দ্ৰাক্ষাৰসেৰে পূৰ

করি মতোৱাল করিম। [১৪] যিহোৱাই কৈছে, ময় পরস্পরক, এনে কি, বাপেক-পুতেকইঁতক লগ লগাই খুন্দিয়াখুন্দি করিম; ময় যে সিবিলাকক নষ্ট নকরিবর মনেরে সিবিলাকক মরম, দয়া, কি অনুগ্রহ করিম, এনে নহব।

[১৫] তোমালোকে শুনা, কাণ দিয়া, অহঙ্কার নকরিবা; কিয়নো যিহোৱায়েই কথা কৈছে। [১৬] তোমালোকর ঈশ্বর যিহোৱাই অন্ধকার নৌ করোঁতেই, অন্ধকারময় পর্ব্বতত তোমার ভরি উজুটি নৌ খাওঁতেই, আরু তোমালোকে পোহরলৈ বাট চোৱাত তেওঁ তাক মৃত্যুচ্ছায়াত পরিবর্ত্তন নৌ করোঁতেই, আরু তাক ঘোর অন্ধকার নৌ করোঁতেই তেওঁক গৌরৱান্বিত করা। [১৭] কিন্তু তোমালোকে যদি তাক নুশুনা, তেন্তে তোমালোকর গর্ব্বর কারণে মোর মনে নিরলে ক্রন্দন করিব, আরু যিহোৱার জাকক বন্দী করি নিয়ার নিমিত্তে মোর চকুর পরা বহু পানী ওলাব, চকুর পানীরে ধার বব। [১৮] তুমি রজা আরু রাজমাওক কোৱা, তোমালোক চাপরত বহা; কিয়নো তোমালোকর শিরোভূষণ, এনে কি, সুন্দর মুকুট খহি পড়িল। [১৯] দক্ষিণ অঞ্চলর নগরবোর বন্ধ হল, সেইবোর মেলি দিওঁতা কোনো নাই; গোটেই যিহুদাক দেশান্তরলৈ নিয়া হল, তার সকলো লোকক নিয়া হল।

[২০] তোমালোকে চকু তুলি উত্তর দিশর পরা অহা সেই লোকবিলাকক চোৱা; তোমাক দিয়া সেই মেরর জাকটী, তোমার সুন্দর জাকটী ক'ত? [২১] তুমি নিজে নিজর বিপক্ষে তোমার বন্ধুবিলাকক শিক্ষা দিয়াত, যেতিয়া তেওঁ তোমার ওপরত সেই বন্ধুবিলাকক মুরব্বী পাতিব, তেতিয়া তুমি কি কবা? প্রসৱকারিণীর বেদনার নিচিনাকৈ বেদনাই তোমাক নধরিব নে? [২২] যদি তুমি মনতে কোৱা, যে, মোর এনে দশা কিয় ঘটিল? তেন্তে শুনা, তোমার অপরাধ অধিক হোৱাতে তোমার বস্ত্রর আঁচল ওপরলৈ তোলা হল, আরু তোমার ভরির গোরোৱাত দুঃখ দিয়া হল। [২৩] কূচীয়া লোকে জানো আপোন ছাল, বা নাহরফুটুকী বাঘে জানো আপোন গার ফুটুকাফুটুকবোর, সলনি করিব পারে? যদি পারে, তেন্তে কুকর্ম্মত অভ্যাস থকা যি তোমালোক, তোমালোকেও সৎকর্ম্ম করা সম্ভৱ। [২৪] এই হেতুকে ময় অরণ্যর বতাহত উড়ি যোৱা খেরর নিচিনাকৈ সিবিলাকক উড়ুৱাই পেলাম। [২৫] যিহোৱাই কৈছে, এয়ে তোমার নিরূপিত ভাগ, ময় তোমাক জুখি দিয়া অংশ; কিয়নো তুমি মোক পাহরিলা, আরু মিছাত বিশ্বাস করিলা। [২৬] সেই নিমিত্তে ময়ো, তুমি পিন্ধা কাপরর আঁচল মুখর ওপরলৈকে দাঙিম; তাতে তোমার লাজর ঠাই দেখা যাব। [২৭] চহরর বাহিরর পর্ব্বতত ময় তোমার ঘিণলগীয়া কাম, এনে কি, তোমার ব্যভিচার-কর্ম্ম, তোমার ঢেক্‌ঢেকনি, আরু বেশ্যাবৃত্তির কুকর্ম্ম দেখিলোঁ। হে যিরূচালেম, তুমি সন্তাপর পাত্রী, তুমি শুচি হবলৈ ইচ্ছা নকরা; তুমি এনে অবস্থাত আরু কিমান দিন থাকিবা?

অনাবৃষ্টির বিষয়ে যিহোৱার বাক্য, আরু ভাববাদীর নিবেদন।

**১৪** অনাবৃষ্টির বিষয়ে যিরিমিয়ালৈ অহা যিহোৱার বাক্য।

[২] যিহুদাই শোক করিছে, আরু তার বড় দুৱার কেইখনে বিলাপ করিছে; সিবিলাকে ক'লা কাপর পিন্ধি মাটিত বহিছে, আরু যিরূচালেমর চিঞর ওপরলৈ উঠিছে। [৩] সিবিলাকর বড় লোকবিলাকে আপোন আপোন অধীনর মানুহবোরক পানীর নিমিত্তে পঠাইছে; সিহঁতে জলাধারবোরর ওচরলৈ গৈ পানী নেপাই শুদা পাত্র লৈ উভটি আহিছে; সিহঁতে লাজ পাই মুখ বিবর্ণ করিছে, আরু সিহঁতর মূর ঢাকিছে। [৪] দেশত বৃষ্টি নোহোৱাত মাটি টান হোৱা দেখি খেতিয়কবিলাকে লাজ পাই আপোন আপোন মূর ঢাকি রাখিছে। [৫] এনে কি, ঘাঁহ নোহোৱাতে হরিণীয়েও পথারত পোৱালি জগাই এরি থৈ গৈছে। [৬] আরু বনরীয়া গাধবোরে বৃক্ষশূন্য পর্ব্বতত থিয় হৈ শিয়ালর দরে বায়ুর নিমিত্তে হেঁপাইকেঁপাই ফুরিছে; তৃণ নথকাত সিহঁতর চকু ক্ষীণাই গৈছে।

[৭] হে যিহোৱা, যদিও আমার অপরাধবোরে আমার অহিতে সাক্ষ্য দিছে, তথাপি তুমি আপোন নামলৈ চাই কার্য্য করা; কিয়নো আমার বিপথ-গমন অনেক, আমি তোমার বিরুদ্ধে পাপ করিলোঁ। [৮] হে ইস্রায়েলর আশা-ভূমি, তার সঙ্কটর কালর ত্রাণকর্ত্তা, তুমি কিয়

দেশত প্ৰবাস কৰা মানুহৰ নিচিনা, আৰু ৰাতি থকা পথিকৰ নিচিনা? ৯ তুমি কিয় তধা লগা মানুহৰ নিচিনা, আৰু ত্ৰাণ কৰিবলৈ সমৰ্থ নথকা বীৰৰ নিচিনা? তথাপি হে যিহোৱা, তুমি আমাৰ মাজত আছা, আৰু আমি তোমাৰ নামেৰে প্ৰখ্যাত; আমাক ত্যাগ নকৰিবা।

১০ যিহোৱাই এই জাতিৰ বিষয়ে এই কথা কৈছে, সিবিলাকে সিমানকৈ ভ্ৰমণ কৰিবলৈ ভাল পায়, সিবিলাকে আপোন আপোন ভৰি নেৰাখিলে; এই কাৰণে যিহোৱাই সিবিলাকক গ্ৰহণ নকৰে; তেওঁ এতিয়া সিবিলাকৰ অপৰাধ সোঁৱৰণ কৰিব, আৰু সিবিলাকৰ পাপবোৰৰ কাৰণে সিবিলাকক দণ্ড দিব। ১১ যিহোৱাই মোক আৰু কলে, তুমি এই জাতিৰ মঙ্গলৰ অৰ্থে প্ৰাৰ্থনা নকৰিবা। ১২ সিবিলাকে লঘোন দিলেও মই সিবিলাকৰ কাতৰোক্তি নুশুনিম, আৰু সিবিলাকে হোম ও নৈবেদ্য উৎসৰ্গ কৰিলেও সিবিলাকক গ্ৰহণ নকৰিম; কিন্তু তৰোৱাল, আকাল, আৰু মহামাৰীৰ দ্বাৰায় মই সিবিলাকক সংহাৰ কৰিম। ১৩ তেতিয়া মই কলোঁ, হায় হায়, প্ৰভু যিহোৱা, দেখা, ভাববাদীবোৰে সিবিলাকক কয়, "তোমালোকে তৰোৱাল নেদেখিবা, বা তোমালোকলৈ আকাল নঘটিব, কিন্তু মই এই ঠাইত তোমালোকক প্ৰকৃত শান্তি দিম।" ১৪ তেতিয়া যিহোৱাই মোক কলে, সেই ভাববাদীবোৰে মিছাকৈয়ে মোৰ নাম কৰি ভাববাণী প্ৰচাৰ কৰে; মই সিহঁতক পঠোৱা, কি কোনো আজ্ঞা দিয়া নাই, নাইবা সিহঁতক কোনো কথা কোৱা নাই; সিহঁতে তোমালোকৰ আগত মিছা দৰ্শন, মঙ্গল চোৱা কথা, অসাৰ কথা, আৰু আপোন আপোন মনৰ প্ৰবঞ্চনামূলক ভাববাণী প্ৰচাৰ কৰে। ১৫ এই হেতুকে, যি ভাববাদীবোৰক মই পঠোৱা নাই, তথাপি তৰোৱাল আৰু আকাল এই দেশত নহব বুলি কৈ সিহঁতে মোৰ নামেৰে ভাববাণী প্ৰচাৰ কৰে, সেই ভাববাদীবোৰৰ বিষয়ে যিহোৱাই এই কথা কৈছে, তৰোৱাল আৰু আকালৰ দ্বাৰায় সেই ভাববাদীবোৰক সংহাৰ কৰা যাব। ১৬ আৰু সিহঁতে যি জাতিৰ আগত ভাববাণী প্ৰচাৰ কৰে, আকাল আৰু তৰোৱালৰ কাৰণে যিৰূচালেমৰ আলিত সিবিলাকক পেলাই দিয়া যাব, আৰু সিবিলাকক, সিবিলাকৰ তিৰুতাবিলাকক, লৰা আৰু ছোৱালীবিলাকক মৈদাম দিওঁতা কোনো নহব; কিয়নো মই সিবিলাকৰ দুষ্টতাৰ ফল সিবিলাকৰ ওপৰত ঢালি দিম। ১৭ তুমি সিবিলাকক এই কথা কোৱা, দিনে-ৰাতিয়ে মোৰ চকুৰ পৰা ধাৰেৰে পানী বৈ থাওক, নেথামোক; কিয়নো মোৰ জাতিস্বৰূপা কুমাৰী জীয়াৰী মহা-আঘাতত, আৰু অত্যন্ত দুঃখদায়ক প্ৰহাৰত ভগ্ন হল। ১৮ মই যদি ওলাই পথাৰলৈ যাওঁ, তেতিয়া তাত তৰোৱালেৰে হত হোৱা লোক দেখোঁ, আৰু যদি নগৰত সোমাওঁ, তেতিয়া তাতো আকালত পীড়িত হোৱা মানুহ দেখোঁ; কিয়নো ভাববাদী আৰু পুৰোহিত দুয়ো দেশত ভ্ৰমি ফুৰে, একো নেজানে।

১৯ তুমি যিহুদাক নিচেইকৈ অগ্ৰাহ্য কৰিলা নে? তোমাৰ মনে চিয়োনক ঘিণ কৰিলে নে? তুমি আমাক সুস্থ হব নোৱৰাকৈ কিয় প্ৰহাৰ কৰিলা? আমি শান্তিলৈ বাট চালোঁ, কিন্তু কোনো মঙ্গল নাহিল, আৰু সুস্থ হবৰ সময়লৈ বাট চালোঁ, দেখা, ত্ৰাস্‌হে। ২০ হে যিহোৱা, আমাৰ দুষ্টতা, আৰু আমাৰ পিতৃবিলাকৰ অপৰাধ আমি স্বীকাৰ কৰোঁ; কিয়নো আমি তোমাৰ বিৰুদ্ধে পাপ কৰিলোঁ। ২১ তুমি আপোন নামলৈ চাই আমাক ঘিণ নকৰিবা, আপোন গৌৰবযুক্ত সিংহাসন অপমানিত নকৰিবা; সোঁৱৰণ কৰা, আমাৰে সৈতে স্থাপন কৰা তোমাৰ নিয়মটী নেভাঙ্গিবা। ২২ জাতিবিলাকৰ অসাৰ দেৱতাবোৰৰ মাজত বৃষ্টি দিব পৰা এনে কোন আছে? বা আকাশে জানো নিজে জল বৰ্ষাব পাৰে? হে আমাৰ ঈশ্বৰ যিহোৱা, তুমিয়েই জানো সেই জনা নোহোৱা? এই হেতুকে আমি তোমালৈ বাট চাই থাকিম; কিয়নো তুমিয়েই এই সকলোৰ উৎপাদক।

আহিব লগা আপদ। ভাববাদীৰ বিলাপ আৰু নিবেদন, আৰু যিহোৱাৰ উত্তৰ।

**১৫** তেতিয়া যিহোৱাই মোক কলে, যদিও মোচি আৰু চমূৱেল মোৰ আগত থিয় হয়, তথাপি মোৰ মন এই জাতিলৈ সদয় নহব; তুমি মোৰ আগৰ পৰা সিবিলাকক বিদায় কৰা, সিবিলাক ওলাই গুচি যাওক। ২ আৰু আমি

কলৈ ওলাই যাম বুলি যেতিয়া সিবিলাকে কব, তেতিয়া তুমি সিবিলাকক কবা, যিহোৱাই এই কথা কৈছে, মৃত্যুলৈ নিৰূপিত লোক মৃত্যুলৈ,, তৰোৱাললৈ নিৰূপিত লোক তৰোৱাললৈ, আকাললৈ নিৰূপিত লোক আকাললৈ, বন্দী-অৱস্থালৈ নিৰূপিত লোক বন্দী-অৱস্থালৈ ওলাই যাওক। [৩] আৰু যিহোৱাই কৈছে, মই সিবিলাকক বধ কৰিবলৈ তৰোৱাল, ছিৰিবলৈ কুকুৰ, খাবলৈ আৰু বিনষ্ট কৰিবলৈ আকাশৰ পক্ষী আৰু পৃথিবীৰ জন্তু, এই চাৰি বিধক মই সিবিলাকৰ ওপৰত নিযুক্ত কৰিম। [৪] আৰু হিষ্কিয়াৰ পুত্ৰ যিহূদাৰ ৰজা মনচিয়ে যিৰূচালেমত কৰা কাৰ্য্যৰ কাৰণে, পৃথিবীৰ আটাই ৰাজ্যৰ মাজত মই সিবিলাকক ত্ৰাসৰ বিষয় কৰিম। [৫] কিয়নো হে যিৰূচালেম, কোনে তোমাক দয়া কৰিব, আৰু তোমাৰ নিমিত্তে বিলাপ কৰিব ? বা তোমাৰ মঙ্গল সুধিবলৈ কোন একলীয়া হৈ যাব ? [৬] যিহোৱাই কৈছে, তুমি মোক ত্যাগ কৰিলা, তুমি পাছ হুঁহকি গলা ; এই নিমিত্তে মই তোমাৰ অহিতে আপোন হাত মেলি তোমাক নষ্ট কৰিলোঁ ; মই ক্ষমা কৰি কৰি আমনি পাইছোঁ। [৭] মই সিবিলাকক দেশৰ দুৱাৰবোৰত কুলাৰে জাৰিলোঁ ; মই সিবিলাকক সন্তানবিহীন কৰিলোঁ, মোৰ জাতিক বিনষ্ট কৰিলোঁ ; সিবিলাক আপোনাবিলাকৰ পথৰ পৰা ঘূৰিল। [৮] মোৰ আগত সিবিলাকৰ বিধৱাবিলাক সমুদ্ৰৰ বালিতকৈয়ো অধিক হৈছে ; মই সিবিলাকৰ মাজৰ ডেকাবোৰৰ মাকৰ বিৰুদ্ধে দুপৰ বেলাত এজন সংহাৰক আনিলোঁ ; তাইলৈ অকস্মাতে দুঃখ আৰু ত্ৰাস উপস্থিত কৰিলোঁ। [৯] সাত পুত্ৰ প্ৰসৱ কৰা জনীয়ে ক্ষীণাই প্ৰাণত্যাগ কৰিলে ; দিন থাকোঁতেই তাইৰ বেলি মাৰ গল ; তাই লাজ পাই বিবৰ্ণ হল ; আৰু যিহোৱাই কৈছে, মই সিবিলাকৰ অৱশিষ্ট ভাগক শত্ৰুৰ আগত তৰোৱালত সমৰ্পণ কৰিম।

[১০] হায় হায়, হে মোৰ মাতৃ, সমস্ত পৃথিবীত বিবাদ আৰু কন্দল কৰাকৈ তুমি মোক প্ৰসৱ কৰিলা ! মই কাকো সুদলৈ ধাৰ দিয়া নাই, বা মোকো কোনেও সুদলৈ ধাৰ দিয়া নাই ; তথাপি সকলোৱে মোক শাও দিয়ে। [১১] যিহোৱাই কলে, মই নিশ্চয়ে তোমাক মঙ্গলৰ নিমিত্তে সবল কৰিম ; নিশ্চয়ে সঙ্কটৰ কালত আৰু দুৰ্দ্দশাৰ সময়ত মই শত্ৰুক তোমাৰ আগত নিবেদন কৰাম।

[১২] কোনো মানুহে জানো লোহা, এনে কি, উত্তৰ দেশীয় লোহা, আৰু পিতল ভাঙ্গিব পাৰে ? [১৩] মই তোমাৰ সম্পত্তি আৰু তোমাৰ বহুমূল্য বস্তু বিনামূল্যে লুটদ্ৰব্যস্বৰূপে দিম ; এনে কি, তোমাৰ পাপসমূহৰ কাৰণে তোমাৰ সীমাৰ সকলো ঠালে তাক কৰিম। [১৪] আৰু শত্ৰুৱে সৈতে তুমি নজনা দেশলৈ সেইবোৰ নিয়াম ; কিয়নো মোৰ ক্ৰোধাগ্নি জ্বলিছে, সেয়ে তোমালোকৰ ওপৰত জ্বলি থাকিব।

[১৫] হে যিহোৱা, তুমিয়েই জানি আছা ; মোক সোঁৱৰণ কৰা, মোলৈ কৃপাদৃষ্টি কৰা, আৰু মোৰ অৰ্থে মোৰ তাড়নাকাৰীবোৰৰ প্ৰতিকাৰ সাধা ; তোমাৰ দীৰ্ঘসহিষ্ণুতাত মোক বিনষ্ট হব নিদিবা ; মই যে তোমাৰ নিমিত্তে অপমান সহন কৰিলোঁ, তাক তুমি মনত কৰা। [১৬] মই তোমাৰ বাক্যবোৰ পোৱামাত্ৰকে অতি আগ্ৰহেৰে গ্ৰহণ কৰিলোঁ, আৰু তোমাৰ বাক্যবোৰ মোৰ পক্ষে মোৰ মনৰ আনন্দ আৰু উল্লাসজনক হল ; কিয়নো হে বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱা, মই তোমাৰ নামেৰে প্ৰখ্যাত। [১৭] মই আমোদকাৰীবিলাকৰ সভাত বহি উল্লাস কৰা নাই ; তোমাৰ হাতৰ কাৰণে মই অকলেই বহোঁ, কিয়নো তুমি মোক ক্ৰোধেৰে পৰিপূৰ্ণ কৰিলা। [১৮] মোৰ বেদনা কিয় চিৰকলীয়া ? আৰু মোৰ ঘা কিয় সুস্থ হব নোৱৰা ? সেয়ে ভাল হব নোখোজে ; তুমি জানো সঁচাকৈয়ে মোৰ আগত মিছা জুৰী আৰু অস্থায়ী জলস্বৰূপ হবা ?

[১৯] এই হেতুকে যিহোৱাই এই ৰূপে কৈছে, তুমি যদি উলটি আহাঁ, তেন্তে মোৰ আগত থিয় হব পৰাকৈ মই তোমাক আকৌ আনিম ; আৰু যদি অধম বস্তুৰ মাজৰ পৰা ৰত্ন বাহিৰ কৰি লোৱা, তেন্তে মোৰ মুখস্বৰূপ হবা ; সিবিলাক তোমালৈ ঘূৰি আহিব, কিন্তু তুমি সিবিলাকলৈ নুঘূৰিবা। [২০] মই এই জাতিৰ আগত তোমাক পিত্তলৰ দৃঢ় গড়স্বৰূপ কৰিম ; সিবিলাকে তোমাৰ বিৰুদ্ধে যুদ্ধ কৰিব, কিন্তু তোমাক পৰাজয় কৰিব নোৱাৰিব ; কিয়নো, যিহোৱাই কৈছে, তোমাৰ ত্ৰাণ আৰু উদ্ধাৰৰ অৰ্থে মই

তোমাৰ লগত আছোঁ। [২১] আৰু দুষ্টবোৰৰ হাতৰ পৰা মই তোমাক উদ্ধাৰ কৰিম, আৰু ভয়ানকবোৰৰ হাতৰ পৰা তোমাক মুক্ত কৰিম।

যিহুদীবিলাকৰ পাপ আৰু ভাবী দুৰৱস্থা।

**১৬** পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, [২] বোলে, তুমি বিবাহ নকৰিবা, এই ঠাইত তোমাৰ পো-জী হব নেলাগে। [৩] কিয়নো, এই ঠাইত ওপজা পো-জীৰ বিষয়ে, আৰু এই দেশত সিবিলাকক প্ৰসৱ কৰা মাকহঁতৰ, আৰু সিবিলাকক জন্ম দিয়া বাপেকহঁতৰ বিষয়ে যিহোৱাই এই ৰূপে কৈছে, [৪] সিবিলাকে কষ্টদায়ক মৃত্যুত প্ৰাণত্যাগ কৰিব, আৰু সিবিলাকৰ নিমিত্তে কোনেও বিলাপ নকৰিব, আৰু সিবিলাকক মৈদাম দিয়া নেযাব; সিবিলাক মাটিৰ ওপৰত সাৰৰ নিচিনাকৈ পড়ি থাকিব, সিবিলাক তৰোৱাল ও আকালৰ দ্বাৰায় হত হব, আৰু সিবিলাকৰ শব আকাশৰ চৰাইৰ আৰু পৃথিবীৰ জন্তুৰ আহাৰ হব। [৫] কিয়নো যিহোৱাই এই ৰূপে কৈছে, তুমি শোকৰ ঘৰত নোসোমাবা, তুমি বুকু ভুকুৱাবলৈ নেযাবা, আৰু সিবিলাকৰ নিমিত্তে বিলাপ নকৰিবা; কাৰণ, যিহোৱাই কৈছে, মই এই জাতিৰ পৰা মোৰ শান্তি, এনে কি, দয়া আৰু অনুগ্ৰহ দূৰ কৰিলোঁ। [৬] এই দেশত থকা বড় আৰু সৰু লোক মৰিব; সিবিলাকক মৈদাম দিয়া নেযাব, আৰু সিবিলাকৰ নিমিত্তে কোনেও বুকু ভুকুৱাব, আৰু সিবিলাকৰ নিমিত্তে কোনেও আপোন গা কাটকুট নকৰিব, বা মূৰ মুণ্ডুৰাব। [৭] মানুহবোৰে মৃত লোকৰ নিমিত্তে সিবিলাকক সান্ত্বনা দিবলৈ, শোক কৰোঁতে সিবিলাকক পিঠা নিবিলাব, নাইবা সিবিলাকৰ বাপেক কি মাকৰ নিমিত্তে পান কৰিবলৈ মানুহবোৰে সিবিলাকক সান্ত্বনাদায়ক পান-পাত্ৰ নিদিব; [৮] তুমি সিবিলাকৰ লগত ভোজন-পান কৰিবৰ অৰ্থে, সিবিলাকৰ লগত বহিবলৈ ভোজৰ ঘৰত নোসোমাবা। [৯] কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে, দেখা, মই তোমালোকৰ চকুৰ আগতে আৰু তোমালোকৰ দিনতে এই ঠাইৰ পৰা উল্লাসৰ ধ্বনি, আনন্দৰ ধ্বনি, আৰু দৰা-কন্যাৰ ধ্বনি লুপ্ত কৰিম। [১০] আৰু যেতিয়া তুমি এই জাতিৰ আগত এই সকলো কথা প্ৰচাৰ কৰিবা, আৰু সিবিলাকে তোমাক কব, যে, যিহোৱাই আমাৰ বিৰুদ্ধে এই মহাবিপদৰ কথা কিয় কলে? বা আমাৰ অপৰাধ কি? আমি আমাৰ ঈশ্বৰ যিহোৱাৰ বিৰুদ্ধে কৰা আমাৰ পাপ কি? [১১] তেতিয়া তুমি সিবিলাকক কবা, যিহোৱাই কৈছে, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে মোক ত্যাগ কৰিলে, ইতৰ দেৱতাবোৰৰ পাছত চলিলে, সেইবোৰক সেৱা-পূজা কৰিলে, আৰু সেইবোৰৰ আগত প্ৰণিপাত কৰিলে, কিন্তু মোক হলে ত্যাগ কৰিলে, মোৰ ব্যৱস্থা পালন নকৰিলে; [১২] আৰু তোমালোকে হলে আপোনাবিলাকৰ পূৰ্ব্বপুৰুষবিলাকতকৈয়ো অধিক কদাচৰণ কৰিছা, কিয়নো দেখা, তোমালোক প্ৰতিজনে আপোন আপোন দুষ্ট মনৰ কঠিনতা অনুসাৰে চলি মোৰ কথাত কাণ নিদিয়া। [১৩] এই হেতুকে, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে আৰু তোমালোকেও যি দেশ জনা নাই, এনে এক দেশলৈ মই এই দেশৰ পৰা তোমালোকক দূৰ কৰি দিম; সেই ঠাইত তোমালোকে দিনে-ৰাতিয়ে ইতৰ দেৱতাবোৰক সেৱা-পূজা কৰিবা; কিয়নো মই তোমালোকক অনুগ্ৰহ নকৰিম।

[১৪] তথাপি, যিহোৱাই কৈছে, দেখা, এনে কোনো দিন আহিছে, যে, সেই দিনা লোকবিলাকে আৰু নকব, যে, যি জনাই ইস্ৰায়েলৰ সন্তানবিলাকক মিচৰ দেশৰ পৰা আনিলে, সেই যিহোৱাৰ জীৱনৰ শপথ; [১৫] কিন্তু এনেকৈ কব, যে, যি জনাই ইস্ৰায়েলৰ সন্তানবিলাকক উত্তৰ দেশৰ পৰা, আৰু যি যি দেশলৈ সিবিলাকক খেদিছিল, সেই সকলো দেশৰ পৰা আনিলে, সেই যিহোৱাৰ জীৱনৰ শপথ। মই সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকক যি দেশ দিছিলোঁ, সেই দেশলৈ পুনৰায় সিবিলাকক আনিম।

[১৬] যিহোৱাই কৈছে, দেখা, মই অনেক মাছমৰীয়া অনাম, সিহঁতে মাছ ধৰাদি সিবিলাকক ধৰিব; পাছে মই অনেক ব্যাধ অনাম, সিহঁতে চিকাৰ কৰি প্ৰত্যেক পৰ্ব্বত, প্ৰত্যেক গিৰি, আৰু শিলবোৰৰ খোৰোঙৰ পৰা সিবিলাকক উলিয়াব। [১৭] কিয়নো সিবিলাকৰ সকলো পথত মোৰ চকু আছে, সিবিলাক মোৰ পৰা গুপুতে

নেথাকিব, বা সিবিলাকৰ অপৰাধ মোৰ দৃষ্টিৰ অগোচৰ নহব। [১৮] মই প্ৰথমে সিবিলাকৰ অপৰাধ আৰু পাপৰ দুগুণ প্ৰতিফল দিম; কিয়নো সিবিলাকে আপোনাবিলাকৰ ঘিণলগীয়া বস্তুৰ শৱেৰে মোৰ দেশ অশুচি কৰিলে, আৰু সিবিলাকৰ ঘৃণনীয় পদাৰ্থেৰে মোৰ আধিপত্য পৰিপূৰ্ণ কৰিলে। [১৯] হে মোৰ বল, হে মোৰ কোঁঠ, আৰু সঙ্কটৰ কালৰ মোৰ আশ্ৰয় হে যিহোৱা, পৃথিবীৰ অন্তৰ পৰা জাতিবিলাকে তোমাৰ ওচৰলৈ আহি কব, "আমাৰ পূৰ্ব্বপুৰুষবিলাকে মিছা, এনে কি, অসাৰ আৰু অনুপকাৰী বস্তুৰ বাহিৰে একো অধিকাৰ কৰা নাই। [২০] যি ঈশ্বৰ নহয়, মানুহে আপোনালৈ জানো এনে দেৱতাবোৰ সাজিব?" [২১] এই হেতুকে দেখা, মই সিবিলাকক জনাম, মোৰ হাত আৰু মোৰ পৰাক্ৰম সিবিলাকক এবাৰহে জ্ঞাত কৰাম; তাতে মোৰ নাম যে যিহোৱা, তাক সিবিলাকে জানিবলৈ পাব।

**১৭** যিহুদাৰ সন্তানবিলাকে ওখ পৰ্ব্বতবোৰৰ ওপৰত কেঁচাপতীয়া গছবোৰৰ গুৰিত সিবিলাকৰ আপোন আপোন যজ্ঞবেদি, আৰু আপোন আপোন আচেৰা মূৰ্ত্তিক সোঁৱৰণ কৰা সময়ত, [২] যিহুদাৰ পাপ লোহাৰ লিখনী আৰু হীৰাৰ কাঁইটেৰে লিখা হৈছে, তাক সিবিলাকৰ হৃদয়ৰূপ ফলিত আৰু তোমালোকৰ যজ্ঞবেদিৰ শিঙত কটা হৈছে। [৩] দেশৰ মাজত থকা হে মোৰ পৰ্ব্বত, মই তোমাৰ সম্পত্তি আৰু তোমাৰ সকলো বহুমূল্য বস্তু লুটদ্ৰব্যস্বৰূপে দিম, আৰু পাপৰ কাৰণে তোমাৰ সীমাৰ সকলো ফালে, তোমাৰ ওখ ঠাইবোৰকো লুটদ্ৰব্য কৰিম। [৪] আৰু তুমি নিজেই মই তোমাক দিয়া আধিপত্য এৰি যাবা, আৰু মই তোমাক, তুমি নজনা দেশত তোমাৰ শত্ৰুবোৰৰ বন্দীকাম কৰাম; কাৰণ তুমি মোৰ ক্ৰোধাগ্নি জলালা, সেয়ে সদাকাল জ্বলি থাকিব।

[৫] যিহোৱাই এই ৰূপে কৈছে, যি মানুহে মানুহত ভাৰসা ৰাখে, আৰু মৰ্ত্ত্যক আপোনাৰ বাহু জ্ঞান কৰে, আৰু যাৰ মন যিহোৱাৰ পৰা আঁতৰ হয়, সি শাপগ্ৰস্ত। [৬] কিয়নো সি অৰণ্যত থকা ঝাউ গছৰ নিচিনা হব, আৰু মঙ্গল আহিলে সি গম নেপাব; কিন্তু সি অৰণ্যৰ খৰাং ঠাইত নিবাসীশূন্য লোণা দেশত থাকিব। [৭] যি পুৰুষে যিহোৱাত নিৰ্ভৰ কৰে, আৰু যাৰ বিশ্বাসভূমি যিহোৱা, সেই পুৰুষ ধন্য; [৮] কিয়নো সি জলৰ দাঁতিত ৰোৱা, আৰু নদীৰ পাৰত বহু শিপা মেলা বৃক্ষৰ নিচিনা হব; খৰ মাৰিলে সি ভয় নকৰিব, কিন্তু তাৰ পাত কেঁচাই থাকিব; আৰু অনাবৃষ্টিৰ বছৰতো তাৰ চিন্তা নহব, আৰু গুটি নলগাকৈ নেথাকিব। [৯] মন সকলোতকৈ কপটময়, আৰু তাৰ ৰোগ সুস্থ কৰিব নোৱাৰি; কোনে তাক বুজিব পাৰে? [১০] মই যিহোৱাই প্ৰতিজন মানুহক তাৰ আপোন আপোন আচাৰ-ব্যৱহাৰ অনুসাৰে, তাৰ কাৰ্য্যৰ ফল অনুসাৰে প্ৰতিফল দিবলৈ মনৰ বিচাৰ আৰু মৰ্ম্ম পৰীক্ষা কৰোঁ। [১১] ন্যায়ৰূপে ধন নোগোটোৱা মানুহ, আপুনি নজগোৱা আন পোৱালি গোটোৱা কইৰা চৰাইৰ নিচিনা; তাৰ আধা বয়সতে সেয়ে তাক এৰি যাব, আৰু শেষ কালত সি মূৰ্খ হৈ পৰিব।

[১২] আদিৰে পৰা উচ্চস্থানত স্থাপিত গৌৰৱান্বিত সিংহাসন আমাৰ ধৰ্ম্মধাম-স্থান। [১৩] ইস্ৰায়েলৰ আশাভূমি হে যিহোৱা, যিবোৰে তোমাক ত্যাগ কৰে, সিহঁত সকলোৱেই লজ্জিত হব; যিবোৰে মোৰ পৰা আঁতৰি যায়, সিহঁতৰ নাম মাটিত লিখা যাব, কিয়নো সিহঁতে জীৱিত জলৰ ভুমুকস্বৰূপ যিহোৱাক ত্যাগ কৰিলে। [১৪] হে যিহোৱা, মোক সুস্থ কৰা, তাতে মই সুস্থ হম; মোক ত্ৰাণ কৰা, তাতে মই পৰিত্ৰাণ পাম; কিয়নো তুমি মোৰ প্ৰশংসাৰ স্থল। [১৫] দেখা, সিহঁতে মোক কৈছে, যিহোৱাৰ বাক্য ক'ত? সেয়ে এতিয়া ঘটোক। [১৬] মই হলে তোমাৰ পাছে পাছে মেৰ-ৰখীয়া হবলৈ সততে বিমুখ হোৱা নাই, নাইবা দুঃখপূৰ্ণ দিনলৈ মই ইচ্ছা কৰা নাই, তাক তুমি জানি আছা; মোৰ ওঁঠৰ পৰা যি ওলাইছিল, সেয়ে তোমাৰ আগত আছিল। [১৭] মোলৈ ত্ৰাসস্বৰূপ নহবা; বিপদৰ দিনত মোৰ আশ্ৰয় তুমিয়েই। [১৮] মোৰ তাড়নাকাৰীহঁতে লাজ পাওক, কিন্তু মোক হলে লাজ পাবলৈ নিদিবা: সিহঁত হলে ব্যাকুল হওক, কিন্তু মোক হলে ব্যাকুল হবলৈ নিদিবা; সিহঁতৰেই ওপৰত বিপদৰ দিন ঘটোৱা, আৰু দুগুণ সংহাৰেৰে সিহঁতক সংহাৰ কৰা।

বিশ্রাম-বার বিষয়ক যিহোৱাৰ বাক্য।

[১৯] যিহোৱাই মোক এই কথা কলে, যিহূদাৰ ৰজাবিলাক যি দুৱাৰেদি সোমায় আৰু ওলায়, তুমি গৈ সৰ্ব্বসাধাৰণ লোকবিলাকৰ সেই দুৱাৰত, আৰু যিৰূচালেমৰ সকলো দুৱাৰত থিয় হোৱা, [২০] আৰু সিবিলাকক কোৱা, এই দুৱাৰবোৰেদি সোমোৱা হে যিহূদাৰ ৰজাবিলাক, সমুদায় যিহূদা, আৰু যিৰূচালেম-নিবাসী আটাইবিলাক, তোমালোকে যিহোৱাৰ বাক্য শুনা। [২১] যিহোৱাই এই ৰূপে কৈছে, তোমালোক সাৱধান হোৱা; বিশ্ৰাম-বাৰে কোনো বোজা নববা, বা যিৰূচালেমৰ দুৱাৰেদি তাক ভিতৰলৈ নানিবা, [২২] আৰু বিশ্ৰাম-বাৰে আপোন আপোন ঘৰৰ পৰা কোনো বোজা বাহিৰ নকৰিবা, আৰু কোনো কাম নকৰিবা; কিন্তু ময় তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক আজ্ঞা দিয়াৰ দৰে বিশ্ৰাম-বাৰ পবিত্ৰ কৰা। [২৩] (সিবিলাকে সেই আজ্ঞা মুশুনিছিল, আৰু তালৈ কাণ নেপাতিছিল, কিন্তু মুশুনিবৰ নিমিত্তে আৰু শিক্ষা গ্ৰহণ নকৰিবৰ নিমিত্তে আপোন আপোন ডিঙি ঠৰ কৰিছিল।) [২৪] আৰু যিহোৱাই কৈছে, তোমালোকে যদি বিশ্ৰাম-বাৰে এই নগৰৰ দুৱাৰেদি কোনো বোজা ভিতৰলৈ নানিবলৈ, আৰু সেই দিনা কোনো কাম নকৰি বিশ্ৰামদিন পবিত্ৰ কৰিবলৈ যত্নেৰে মোৰ বাক্যত মন দিয়া, [২৫] তেন্তে দায়ূদৰ সিংহাসনৰ ওপৰত বহোঁতা ৰজাবিলাকে, আৰু প্ৰধান লোকবিলাকে ৰথত আৰু ঘোঁৰাত উঠি এই নগৰৰ দুৱাৰেদি সোমাব, সিবিলাকৰ প্ৰধান লোকবিলাক, যিহূদাৰ লোক, আৰু যিৰূচালেম-নিবাসীবিলাক সোমাব; আৰু এই নগৰ চিৰকাললৈকে থাকিব। [২৬] আৰু সিবিলাকে যিহূদাৰ নগৰবোৰৰ পৰা, যিৰূচালেমৰ চাৰিওফালৰ অঞ্চল, বিন্যামীন প্ৰদেশ, নিম্নভূমি, পৰ্ব্বতীয়া অঞ্চল, আৰু দক্ষিণ অঞ্চলৰ পৰা হোম আদি বলি, নৈবেদ্য, আৰু ধূপ লৈ আহিব, আৰু সিবিলাকে যিহোৱাৰ গৃহলৈ ধন্যবাদাৰ্থক বলি আনিব। [২৭] কিন্তু যদি তোমালোকে বিশ্ৰাম-দিন পবিত্ৰ কৰিবলৈ আৰু বিশ্ৰাম-বাৰে বোজা বৈ যিৰূচালেমৰ দুৱাৰেদি নোসোমাবলৈ দিয়া মোৰ আজ্ঞালৈ কাণ নিদিয়া, তেন্তে ময় তাৰ দুৱাৰবোৰত অগ্নি জ্বলাম, সেয়ে যিৰূচালেমৰ অট্টালিকাবোৰ গ্ৰাস কৰিব, নুমুমাব।

কুমাৰে নতুনকৈ কৰা পাত্ৰৰ উপমা।

**১৮** যিহোৱাৰ পৰা যিৰিমিয়ালৈ এই বাক্য আহিল, [২] বোলে, তুমি উঠি কুমাৰৰ ঘৰলৈ নামি যোৱা, আৰু তাত ময় তোমাক মোৰ বাক্য শুনাম। [৩] তেতিয়া ময় কুমাৰৰ ঘৰলৈ নামি গৈ দেখিলোঁ, সি তাৰ চাকত আপোনাৰ কাম কৰি আছে। [৪] আৰু সি মাটিৰে তৈয়াৰ কৰা পাত্ৰ তাৰ হাতত বেয়া হোৱা দেখি, সি তাক লৈ পুনৰায় আপোন ইচ্ছামতে আন এটা পাত্ৰ বনালে।

[৫] পাছে যিহোৱাৰ পৰা মোলৈ এই বাক্য আহিল, [৬] বোলে, যিহোৱাই কৈছে, হে ইস্ৰায়েল-বংশ, এই কুমাৰৰ নিচিনাকৈ তোমালোকৰ লগত ময় জানো ব্যৱহাৰ কৰিব নোৱাৰোঁ? হে ইস্ৰায়েল-বংশ, দেখা, যেনেকৈ কুমাৰৰ হাতত মাটি, তেনেকৈ মোৰ হাতত তোমালোক আছা। [৭] যি মুহূৰ্ত্ততে কোনো এক জাতি আৰু কোনো এক ৰাজ্যৰ বিষয়ে উঘলা, ভঙ্গা, আৰু তাক বিনষ্ট কৰা কথা কওঁ, [৮] ময় কোৱা সেই জাতি যদি সেই মুহূৰ্ত্ততে সিবিলাকৰ দুষ্টতাৰ পৰা ঘূৰে, তেন্তে ময় সিবিলাকলৈ কৰিব খোজা অমঙ্গলৰ পৰা মন পালটাম। [৯] আৰু যি মুহূৰ্ত্ততে কোনো এক জাতি আৰু কোনো এক ৰাজ্যৰ বিষয়ে সজা আৰু ৰোৱা কথা কওঁ, [১০] সেই মুহূৰ্ত্ততে যদি সেই জাতিয়ে মোৰ বাক্য পালন নকৰি মোৰ সাক্ষাতে কু-আচৰণ কৰে, তেন্তে ময় সিবিলাকলৈ কৰিব খোজা মঙ্গলৰ পৰা মন পালটাম। [১১] এই হেতুকে এতিয়া তুমি যিহূদাৰ লোকবিলাকক আৰু যিৰূচালেম-নিবাসীবিলাকক কোৱাগৈ, যিহোৱাই এই ৰূপে কৈছে, দেখা, ময় তোমালোকৰ বিৰুদ্ধে অমঙ্গল-চিন্তা কৰিছোঁ, আৰু তোমালোকৰ অহিতে কল্পনা কৰিছোঁ; তোমালোক প্ৰতিজনে আপোন আপোন কুপথৰ পৰা ওলটা, আপোন আপোন পথ আৰু কাৰ্য্য শুধৰোৱা। [১২] কিন্তু সিবিলাকে কয়, কি কাম আছে? কিয়নো আমি আপোন আপোন কল্পনা অনুসাৰে চলিম, আৰু প্ৰতিজনে আপোন আপোন দুষ্ট মনৰ কঠিনতা অনুসাৰে কাৰ্য্য কৰিম।

[১৩] এই হেতুকে যিহোৱাই এই ৰূপে কৈছে,

তোমালোকে এতিয়া জাতিবিলাকৰ মাজত সোধা, এনে কথা কোনে শুনিলে? কুমাৰী ইস্ৰায়েলে অতিশয় নোম শিয়ৰি যোৱা কাৰ্য্য কৰিলে। [14] লিবানোনৰ হিমে জানো দেশৰ মাজত থকা সেই পৰ্ব্বতটো ত্যাগ কৰে? বা দূৰৰ পৰা বৈ অহা শীতল জলৰ জুৰী জানো শুকায়? [15] কিয়নো মোৰ প্ৰজাবিলাকে মোক পাহৰিলে, সিবিলাকে অসাৰ দেৱতাবোৰৰ উদ্দেশে ধূপ জ্বলালে; আৰু সিবিলাকৰ দেশ আশ্চৰিতৰ আৰু সদায় ইচ ইচ কৰাৰ বিষয় কৰিবৰ নিমিত্তে, [16] নবন্ধা পথ সৰু সৰু বাটত ফুৰিবলৈ সেইবোৰে সিবিলাকৰ বাটত, প্ৰাচীন পথত উজুটি খুৱালে; যি কোনোৱে সেই দেশেদি যাব, সি আশ্চৰিত হৈ আপোনাৰ মূৰ জোকাৰিব। [17] ময় পুব ফালৰ বতাহৰ নিচিনাকৈ শত্ৰুবোৰৰ আগত সিবিলাকক ছিন্নভিন্ন কৰিম; সিবিলাকৰ সঙ্কটৰ কালত ময় সিবিলাকক মুখ নেদেখুৱাই পিঠি দেখুৱাম।

[18] তেতিয়া সিবিলাকে কলে, আহাঁ, আমি যিৰিমিয়াৰ অহিতে কুমন্ত্ৰণা কৰোঁহঁক; কিয়নো পুৰোহিতৰ পৰা ব্যৱস্থা, জ্ঞানীবিলাকৰ পৰা মন্ত্ৰণা, আৰু ভাববাদীৰ পৰা বাক্য লুপ্ত নহব; আহাঁ, আমি জিবাৰে তাক প্ৰহাৰ কৰোঁ, তাৰ বাক্যৰ কোনোটোতো মন নিদিওঁ।

[19] হে যিহোৱা, মোলৈ মন দিয়া, আৰু মোৰ বিপক্ষবোৰৰ কথা শুনা। [20] উপকাৰৰ সলনি জানো অপকাৰ কৰা যাব? কিয়নো সিহঁতে মোৰ প্ৰাণলৈ গাঁত খানিলে; ময় সিহঁতৰ পক্ষে হিত কথা কৈ সিহঁতৰ পৰা তোমাৰ ক্ৰোধ থমাবলৈ, তোমাৰ আগত কেনেকৈ থিয় হৈছিলোঁ, তাক সোঁৱৰণ কৰা। [21] এই হেতুকে তুমি সিহঁতৰ সন্তানবোৰক দুৰ্ভিক্ষত সমৰ্পণ কৰা, আৰু সিহঁতক তৰোৱালৰ হাতত সোধাই দিয়া; সিহঁতৰ তিৰুতাবোৰ পুত্ৰহীনা আৰু বিধৱা হওক, সিহঁতৰ পুৰুষবোৰ মহামাৰীত মৰোক, আৰু সিহঁতৰ ডেকাবোৰ যুদ্ধত তৰোৱালৰ দ্বাৰায় হত হওক। [22] তুমি সিহঁতলৈ অকস্মাতে সৈন্য এদল আনিলে সিহঁতৰ ঘৰবোৰৰ পৰা এটা চিঞৰ শুনা যাওক; কিয়নো সিহঁতে মোক ধৰিবলৈ এটা গাঁত খানিলে, আৰু মোৰ ভৰিলৈ ফান্দ পাতিলে। [23] তথাপি হে যিহোৱা, মোক বধ কৰিবলৈ মোৰ অহিতে কৰা সিহঁতৰ সকলো মন্ত্ৰণা তুমি জানি আছা, তুমি সিহঁতৰ অপৰাধ ক্ষমা নকৰিবা, নাইবা সিহঁতৰ পাপ তোমাৰ দৃষ্টিৰ পৰা মচি নেপেলাবা; কিন্তু সিহঁতক তোমাৰ আগত উজুটি খুৱাই পেলোৱা হওক, তুমি আপোন ক্ৰোধৰ সময়ত সিহঁতলৈ কাৰ্য্য কৰা।

ভগা পাত্ৰৰ উপমা। যিৰিমিয়াৰ দুঃখভোগ।

১৯ যিহোৱাই এই কথা কলে, তুমি গৈ কুমাৰৰ এটা টেকেলি কিনা, আৰু প্ৰজাবিলাকৰ জনচাৰেক ও পুৰোহিতবিলাকৰ জনচাৰেক বৃদ্ধ লোকক লগত লৈ, [2] খোলাকটি পড়ি থকা দুৱাৰৰ সোমোৱা ঠাইৰ ওচৰত থকা হিন্নোমৰ পুতেকৰ উপত্যকালৈ ওলাই যোৱা, আৰু ময় তোমাক যি বাক্য কম, তাত সেই বাক্য প্ৰচাৰ কৰিবা; [3] আৰু কবা, হে যিহূদাৰ ৰজাবিলাক, হে যিৰূচালেম-নিবাসিবিলাক, যিহোৱাৰ বাক্য শুনা, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে, দেখা, ময় এই ঠাইলৈ অমঙ্গল ঘটাম; যেয়ে তাক শুনিব, তাৰেই নোম শিয়ৰি উঠিব। [4] সিবিলাকে মোক ত্যাগ কৰিলে, এই ঠাই বিজাতীয় ঠাই কৰিলে, আৰু সিবিলাক, সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাক, আৰু যিহূদাৰ ৰজাবিলাকে নজনা ইতৰ দেৱতাবোৰৰ উদ্দেশে এই ঠাইত ধূপ জ্বলালে, আৰু নিৰ্দ্দোষী লোকবিলাকৰ তেজেৰে এই ঠাই পৰিপূৰ্ণ কৰিলে; [5] সিবিলাকে বালৰ উদ্দেশে হোম-বলিস্বৰূপে আপোন আপোন পুতেকবিলাকক জুইত পুৰিবলৈ, বালৰ নিমিত্তে ওখ ঠাইবোৰ সাজিলে, ইয়াক ময় আজ্ঞা কৰা নাছিলোঁ, কোৱা নাছিলোঁ, বা মোৰ মনত উদয়ো হোৱা নাছিল। [6] এই কাৰণে, যিহোৱাই কৈছে, দেখা, যি দিনা এই ঠাই তোফৎ, বা হিন্নোমৰ পুতেকৰ উপত্যকা বুলি আৰু প্ৰখ্যাত নহব, কিন্তু হত্যাৰ উপত্যকা বুলি প্ৰখ্যাত হব, এনে দিন আহিছে। [7] আৰু ময় এই ঠাইত যিহূদাৰ আৰু যিৰূচালেমৰ মন্ত্ৰণা ব্যৰ্থ কৰিম, আৰু শত্ৰুবোৰৰ আগত তৰোৱালৰ দ্বাৰায়, আৰু সিবিলাকৰ প্ৰাণ লবলৈ বিচাৰি ফুৰাবোৰৰ

হাতত দ্বাৰায় সিবিলাকক পতিত কৰাম, আৰু সিবিলাকৰ শৱ আকাশৰ চৰাইবোৰক, আৰু পৃথিবীত ফুৰা জন্তুবোৰক খাবলৈ দিম। ৮ আৰু মই এই নগৰ বিস্ময় মনাৰ আৰু ইচ ইচ কৰাৰ বিষয় কৰিম; যি কোনোৱে তাৰ ওচৰেদি যাব, সি বিস্ময় মানিব, আৰু তালৈ ঘটা আটাই উৎপাত দেখি ইচ ইচ কৰিব। ৯ আৰু নগৰ অৱৰোধ কৰা কালত, শত্ৰুবোৰৰ, আৰু প্ৰাণ লবলৈ বিচাৰি ফুৰাবোৰৰ দ্বাৰায় ঘটা সঙ্কটৰ কালত, মই সিবিলাকক আপোন আপোন পো-জীৰ মাংস ভোজন কৰাম, আৰু সিবিলাকে আপোন আপোন বন্ধুৰ মাংস খাব। ১০ পাছে তোমাৰ লগত যোৱা পুৰুষবিলাকৰ আগতে তুমি সেই টেকেলিটো ভাঙ্গি পেলাবা, ১১ আৰু সিবিলাকক কবা, বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে, কুমাৰৰ যি পাত্ৰ ভাঙ্গিলে পুনৰায় বনাব নোৱাৰে, এনে পাত্ৰ ভঙ্গাৰ দৰে মই এই জাতি আৰু এই নগৰ ভাঙ্গি পেলাম; তাতে তোফতত পুতিবলৈ ঠাই নোহোৱালৈকে লোকবিলাকে তাত মৰা শৱ পুতি থাকিব। ১২ যিহোৱাই কৈছে, মই এই ঠাইলৈ, আৰু ইয়াৰ নিবাসীবিলাকলৈ এই দৰে কৰিম, এনে কি, মই এই নগৰ তোফতৰ নিচিনা কৰিম। ১৩ তাতে যিৰূচালেমৰ আৰু যিহূদাৰ ৰজাবিলাকৰ অশুচি কৰা ঘৰবোৰ, এনে কি, যি ঘৰবোৰৰ চালত সিবিলাকে আকাশ-মণ্ডলৰ বাহিনীবিলাকৰ উদ্দেশে ধূপ জ্বলায়, আৰু ইতৰ দেৱতাবোৰৰ উদ্দেশে পেয় নৈবেদ্য ঢালে, সেই ঘৰবোৰ তোফতৰ ঠাইৰ নিচিনা হব।

১৪ পাছে যিহোৱাই যিৰিমিয়াক ভাববাণী প্ৰচাৰ কৰিবৰ অৰ্থে যি তোফতলৈ পঠাইছিল, তাৰ পৰা তেওঁ আহি যিহোৱাৰ গৃহৰ চোঁতালত থিয় হৈ আটাই লোকবিলাকক কলে, ১৫ ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা, মই এই নগৰ আৰু তাৰ সকলো উপনগৰৰ ওপৰত, তাৰ বিৰুদ্ধে মই কোৱা সকলো অমঙ্গল ঘটাম; কাৰণ, মোৰ বাক্য নুশুনিবৰ নিমিত্তে সিবিলাকে আপোন আপোন ডিঙি ঠৰ কৰিলে।

২০ যিহোৱাৰ গৃহৰ প্ৰধান অধ্যক্ষ ইম্মেৰৰ পুত্ৰেক পুৰোহিত পচ্‌হুৰে যিৰিমিয়াক এইবোৰ ভাববাণী প্ৰচাৰ কৰা শুনিলত, ২ তেওঁ যিৰিমিয়া ভাববাদীক প্ৰহাৰ কৰি, যিহোৱাৰ গৃহত থকা বিন্যামীনৰ ওপৰ-দুৱাৰৰ কুন্দাত বন্ধ কৰি ৰাখিলে। ৩ পাছদিনা পচ্‌হুৰে যিৰিমিয়াক কুন্দাৰ পৰা মুকলি কৰি উলিয়াই আনিলত, যিৰিমিয়াই তেওঁক কলে, যিহোৱাই তোমাৰ নাম পচ্‌হুৰ ৰখা নাই, কিন্তু মাগোৰ-মিচাবীব [চাৰিওফালে ত্ৰাস] ৰাখিলে। ৪ কিয়নো যিহোৱাই এই কথা কৈছে, দেখা, মই তোমাৰ পক্ষে, আৰু তোমাৰ আটাই বন্ধুৰ পক্ষে তোমাক ত্ৰাসৰ বিষয় কৰিম; কিয়নো সিবিলাক শত্ৰুবোৰৰ তৰোৱালত পতিত হব, আৰু তুমি তাক আপোন চকুৰে দেখিবা; আৰু মই গোটেই যিহূদাক বাবিলৰ ৰজাৰ হাতত সমৰ্পণ কৰিম; তেওঁ সিবিলাকক বন্দী কৰি বাবিললৈ নিব, আৰু তৰোৱালেৰে কাটিব। ৫ ইয়াত বাজে মই এই নগৰৰ সকলো সম্পত্তি, আৰু তাৰ আটাই পৰিশ্ৰমৰ ফল, আৰু আটাই বহুমূল্য বস্তু, এনে কি, যিহূদাৰ ৰজাবিলাকৰ সমস্ত ভঁৰালৰ উত্তম দ্ৰব্য সিবিলাকৰ শত্ৰুবোৰৰ হাতত সমৰ্পণ কৰিম; সিহঁতে সেইবোৰ লুট কৰি বাবিললৈ লৈ যাব। ৬ আৰু হে পচ্‌হুৰ, তুমি আৰু তোমাৰ গৃহবাসী সকলোৱেই বন্দী-অৱস্থালৈ যাবা, আৰু তুমি বাবিললৈ গৈ তাত মৰিবা; আৰু তাত তোমাক, আৰু তুমি যিবোৰৰ আগত মিছাকৈয়ে ভাববাণী প্ৰচাৰ কৰিছিলা, তোমাৰ সেই সকলো বন্ধুক পোতা যাব।

৭ হে যিহোৱা, তুমি মোৰ প্ৰবৃত্তি জন্মোৱাতহে মোৰ প্ৰবৃত্তি জন্মিল; তুমি মোতকৈ বলৱান, এই নিমিত্তে তুমি মোক বলে পাৰিলা; মই ওৰেদিনটো হাঁহিয়াতৰ বিষয় হৈছোঁ, সকলোৱে মোক ঠাট্টা কৰে। ৮ কিয়নো মই যিমানবাৰ কথা কওঁ, সিমানবাৰ মই চিঁঞৰোঁ, মই অত্যাচাৰ আৰু অপহৰণ বুলি চিঁঞৰোঁ; কাৰণ যিহোৱাৰ বাক্য মোৰ পক্ষে ওৰেদিনটো নিন্দা আৰু উপহাসৰ কাৰণ হৈছে। ৯ আৰু যদি মই কওঁ, যে, মই তেওঁৰ উল্লেখ নকৰোঁ, বা তেওঁৰ নামেৰে আৰু নকওঁ, তেনে হলে মোৰ হাড়বোৰত বন্ধ কৰা জ্বলি থকা জুই যেন মোৰ অন্তৰত লাগে; মই সহি সহি ক্লান্ত হলোঁ, সহি আৰু থাকিব নোৱাৰোঁ। ১০ কিয়নো অনেকে দুৰ্নাম কৰা মই শুনিলোঁ; চাৰিওফালে ত্ৰাস। "তোমালোকে তাৰ বিৰুদ্ধে কথা কোৱা, আৰু আমিও তাৰ

বিৰুদ্ধে কথা কম;" মই উজুটি খাবলৈ বাট চাই থকা মোৰ সকলো বন্ধুৱে কয়, "কিজানি তাক ভুলুৱা যাব, তাতে আমি তাক বলে পাৰিম, আমি তাৰ ওপৰত প্ৰতিকাৰ সাধিম।" [11] কিন্তু যিহোৱা ভয়ানক বীৰৰ নিচিনাকৈ মোৰ সঙ্গত থাকে; সেই নিমিত্তে মোৰ তাড়নাকাৰীইঁতে উজুটি খাব, আৰু কৃতকাৰ্য্য নহব; সিইঁতে জ্ঞানেৰে সৈতে ব্যৱহাৰ নকৰাত সিইঁতে অতিশয় লাজ পাব; সেই অপমান কেতিয়াও পাহৰা নেযাব, সদাকাললৈকে থাকিব। [12] কিন্তু ধাৰ্ম্মিকক পৰীক্ষা কৰোঁতা, মৰ্ম্ম আৰু হৃদয় দেখোঁতা হে বাহিনীবিলাকৰ যিহোৱা, সিইঁতৰ ওপৰত সিবিলাকে সধা প্ৰতিকাৰ তুমি মোক দেখিবলৈ দিয়া; কিয়নো তোমাৰ আগত্হে মোৰ গোচৰ সমৰ্পণ কৰিলোঁ।' [13] তোমালোকে যিহোৱাৰ উদ্দেশে গান কৰা, যিহোৱাৰ প্ৰশংসা কৰা; কাৰণ তেওঁ দুৰাচাৰীবোৰৰ হাতৰ পৰা দৰিদ্ৰ লোকৰ প্ৰাণ উদ্ধাৰ কৰিলে।

[14] মই যি দিনা জন্মিছিলোঁ, সেই দিন শাপগ্ৰস্ত হওক; মোৰ মাতৃয়ে যি দিনা মোক প্ৰসব কৰিছিল, সেই দিন আশীৰ্ব্বাদহীন হওক। [15] তোমাৰ পুত্ৰসন্তান জন্মিল বুলি যি মানুহে মোৰ পিতৃক সম্বাদ দি আনন্দিত কৰিছিল, সিও শাপগ্ৰস্ত হওক। [16] সেই মানুহ, যিহোৱাই ক্ষমা নকৰি উৎপাত কৰা নগৰ কেইখনৰ নিচিনা হওক; সি ৰাতিপুৱা চিঞৰ আৰু দুপৰ বেলা উচ্চধ্বনি শুনোক। [17] কাৰণ সি গৰ্ত্ততে মোক মাৰি নেপেলালে; তাকে কৰা হলে, মোৰ মাতৃয়েই মোৰ মৈদাম হলহেঁতেন, আৰু তেওঁৰ গৰ্ত্ত সদায় ভাৰী হৈ থাকিলহেঁতেন। [18] মোৰ দিন লাজেৰে অন্ত হবৰ নিমিত্তে, পৰিশ্ৰম আৰু শোক দেখিবলৈ মই কিয় গৰ্ত্তৰ পৰা বাহিৰ হলোঁ?

চিদিকিয়াৰ নিবেদন, আৰু যিহোৱাই তেওঁক দিয়া উত্তৰ।

২১ "মিনতি কৰোঁ, তুমি আমাৰ নিমিত্তে যিহোৱাৰ আগত সোধা; কিয়নো বাবিলৰ ৰজা নবূখদ্ৰেচৰে আমাৰ বিৰুদ্ধে যুদ্ধ কৰিছে; তেওঁ আমাৰ ওচৰৰ পৰা গুচি যাবৰ নিমিত্তে কিজানি যিহোৱাই আপোনাৰ সকলো আশ্চৰিত কাৰ্য্য অনুসাৰে আমালৈ ব্যৱহাৰ কৰিব," [2] এই বুলি কবলৈ চিদিকিয়া ৰজাই মল্কিয়াৰ পুত্ৰ পচ্হূৰক, আৰু মাচেয়াৰ পুত্ৰ চফনিয়া পুৰোহিতক যিৰিমিয়াৰ ওচৰলৈ পঠোৱা কালত যিহোৱাৰ পৰা যিৰিমিয়াৰ গুৰিলৈ অহা বাক্য।

[3] সেই কালত যিৰিমিয়াই তেওঁবিলাকক কলে, তোমালোকে চিদিকিয়াক এই ৰূপে কবাগৈ, [4] ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, দেখা, বাবিলৰ ৰজাৰ বিৰুদ্ধে, আৰু গড়ৰ বাহিৰে তোমালোকক অৱৰোধ কৰোঁতা কল্দীয়াবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰা তোমালোকৰ হাতৰ যুদ্ধাস্ত্ৰৰ মুখ ঘূৰাম, আৰু সিইঁতক আনি এই নগৰৰ মাজ ঠাইত গোটাম। [5] আৰু মই নিজেও, মেলি থকা হাত আৰু বলৱান বাহুৰে, এনে কি, খং-ৰাগ আৰু মহাকোপেৰে তোমালোকৰ বিৰুদ্ধে যুদ্ধ কৰিম। [6] মই এই নগৰ-নিবাসী মানুহ, পশু, সকলোকে সংহাৰ কৰিম; সেই সকলোৱেই ঘোৰ মহামাৰীত প্ৰাণত্যাগ কৰিব। [7] যিহোৱাই আৰু কৈছে, তাৰ পাছে মই যিহূদাৰ ৰজা চিদিকিয়াক, তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকক, আৰু প্ৰজাবিলাকক, এনে কি, মহামাৰী, তৰোৱাল, আৰু আকালৰ পৰা এই নগৰত অৱশিষ্ট থকাবিলাকক বাবিলৰ ৰজা নবূখদ্ৰেচৰৰ, সিবিলাকৰ শত্ৰুৰ, সিবিলাকৰ প্ৰাণ বিচৰাবোৰৰ হাতত সোধাই দিম; তেওঁ তৰোৱালৰ ধাৰেৰে সিবিলাকক বধ কৰিব, সিবিলাকক কৃপা, ক্ষমা, কি দয়া নকৰিব। [8] তুমি এই লোকবিলাকক কোৱা, যিহোৱাই এই ৰূপে কৈছে, দেখা, মই তোমালোকৰ আগত জীৱনৰ পথ আৰু মৃত্যুৰ পথ ৰাখিছোঁ। [9] যি মানুহ এই নগৰত থাকিব, সি তৰোৱাল, আকাল, বা মহামাৰীত মৰা পড়িব; কিন্তু যি মানুহে বাহিৰলৈ গৈ, তোমালোকক অৱৰোধ কৰোঁতা কল্দীয়াবিলাকৰ ফলীয়া হবলৈ ওলাই যাব, সি জীব, আৰু তাৰ প্ৰাণ তালৈ লুটদ্ৰব্য যেন হব। [10] কিয়নো, যিহোৱাই কৈছে, মই মঙ্গলৰ নিমিত্তে নহয়, কিন্তু অমঙ্গলৰ নিমিত্তে এই নগৰৰ অহিতে মুখ কৰিছোঁ; ইয়াক বাবিলৰ ৰজাৰ হাতত দিয়া যাব, আৰু তেওঁ ইয়াক অগ্নিৰে দগ্ধ কৰিব।

[11] আৰু যিহূদাৰ ৰাজবংশৰ বিষয়ে তোমালোকে যিহোৱাৰ বাক্য শুনা, [12] হে দায়ূদৰ বংশ,

যিহোৱাই এই ৰূপে কৈছে, তোমালোকে প্ৰতি-ৰাতিপুৱা বিচাৰ নিষ্পত্তি কৰা, আৰু অপহাৰিত জনক উপদ্ৰৱকাৰীৰ হাতৰ পৰা উদ্ধাৰ কৰা; নতুবা তোমালোকৰ দুষ্টতাৰ কাৰণে মোৰ ক্ৰোধ অগ্নিৰ নিচিনাকৈ ওলাই কোনেও নুমাব নোৱৰাকৈ দগ্ধ কৰিব। [১৩] যিহোৱাই কৈছে, দেখা, হে উপত্যকাত থকা লোক, হে সমথলৰ পৰ্ব্বত-নিবাসিনি, দেখা, ময় তোমাৰ বিপক্ষ; আমাৰ বিৰুদ্ধে কোন নামি আহিব? আমাৰ বাসস্থানবোৰত কোন সোমাব? এই বুলি কোৱা যি তোমালোক, ময় তোমালোকৰ বিপক্ষ। [১৪] যিহোৱাই কৈছে, ময় তোমালোকৰ কাৰ্য্যফল অনুসাৰে তোমালোকক দণ্ড দিম; ময় যিৰূচালেমৰ কাঠনিত জুই লগাম, তাতে সেয়ে তাৰ চাৰিওফালে থকা সকলোকে গ্ৰাস কৰিব।

যিহোয়াকীমৰ, চল্লুমৰ, আৰু কনিয়াৰ বিষয়ে কোৱা বাক্য।

**২২** যিহোৱাই এই ৰূপে কলে, তুমি যিহুদাৰ ৰাজগৃহলৈ গৈ সেই ঠাইত এই কথা কোৱা; [২] তুমি কোৱা, হে দায়ূদৰ সিংহাসনত বহোঁতা যিহুদাৰ ৰজা, তুমি, তোমাৰ মন্ত্ৰী, আৰু এই দুৱাৰবোৰেদি সোমোৱা তোমাৰ প্ৰজা, এই আটাইবিলাকে যিহোৱাৰ বাক্য শুনা। [৩] যিহোৱাই এইৰূপে কৈছে, তোমালোকে ন্যায় বিচাৰ আৰু ধাৰ্ম্মিকতা সিদ্ধ কৰা, আৰু অপহাৰিত জনক উপদ্ৰৱকাৰীৰ হাতৰ পৰা উদ্ধাৰ কৰা; বিদেশী, পিতৃহীন, বা বিধৱাক অপকাৰ আৰু অত্যাচাৰ নকৰিবা, নাইবা এই ঠাইত নিৰ্দ্দোষীৰ ৰক্তপাত নকৰিবা। [৪] কিয়নো, তোমালোকে যদি এই কথা যত্নেৰে পালন কৰা, তেন্তে দায়ূদৰ সিংহাসনত বহোঁতা ৰজাবিলাকে ৰথত আৰু ঘোঁৰাত উঠি প্ৰতিজনে মন্ত্ৰী আৰু প্ৰজাৰে সৈতে এই গৃহৰ দুৱাৰবোৰেদি সোমাব। [৫] কিন্তু তোমালোকে যদি এইবোৰ বাক্য নুশুনা, তেন্তে, যিহোৱাই কৈছে, ময় মোৰ নামেৰে শপথ কৰি কৈছোঁ, এই গৃহ উচ্ছন্ন ঠাই হব। [৬] কিয়নো যিহোৱাই যিহুদাৰ ৰাজগৃহৰ বিষয়ে এই কথা কৈছে, তুমি মোৰ বিবেচনাত গিলিয়দ আৰু লিবানোনৰ ওখ ভাগৰ নিচিনা হলেও, নিশ্চয়ে ময় তোমাক অৰণ্য আৰু নিবাসীশূন্য নগৰবোৰৰ নিচিনা কৰিম। [৭] আৰু ময় তোমাৰ অহিতে আপোন আপোন অস্ত্ৰেৰে সৈতে বিনাশক লোকবিলাক যুগুত কৰিম; সিহঁতে তোমাৰ উত্তম উত্তম এৰচ বৃক্ষবোৰ কাটি জুইত পেলাই দিব। [৮] আৰু অনেক জাতিয়ে এই নগৰৰ ওচৰেদি যাওঁতে ইজনে সিজনক কব, যিহোৱাই এই মহানগৰলৈ কিয় এনে ব্যৱহাৰ কৰিলে? [৯] তেতিয়া সিবিলাকে উত্তৰ কৰিব, কাৰণ ইয়াৰ লোকবিলাকে ঈশ্বৰ যিহোৱাৰ নিয়মটো ত্যাগ কৰি ইতৰ দেৱতাবোৰৰ আগত প্ৰণিপাত কৰিছিল, আৰু সেইবোৰক সেৱাপূজা কৰিছিল।

[১০] তোমালোকে মৃত জনৰ নিমিত্তে নেকান্দিবা, আৰু সেই জনৰ নিমিত্তে বিলাপ নকৰিবা; কিন্তু দূৰৈলৈ যোৱা মানুহ জনৰ নিমিত্তে বড়কৈ ক্ৰন্দন কৰা; কিয়নো তেওঁ আৰু উলটি নাহিব, বা আপোন জন্ম দেশ আৰু নেদেখিব। [১১] কাৰণ, যিহুদাৰ যোচিয়া ৰজাৰ পুত্ৰেক যি চল্লুম আপোন পিতৃ যোচিয়াৰ পদত ৰজা হৈছিল, আৰু এই ঠাইৰ পৰা গল, তেওঁৰ বিষয়ে যিহোৱাই এই ৰূপে কৈছে, তেওঁ এই ঠাইলৈ আৰু উলটি নাহিব; [১২] কিন্তু সিহঁতে যি ঠাইলৈ তেওঁক বন্দী কৰি নিলে, সেই ঠাইতে মৰিব, এই দেশ আৰু নেদেখিব।

[১৩] যি জনে অধৰ্ম্মৰ দ্বাৰায় আপোনাৰ গৃহ, আৰু অন্যায়ৰ দ্বাৰায় আপোনাৰ ওপৰ-খোঁটালী সাজে, যি জনে বেচ নিদিয়াকৈ আপোনাৰ চুবুৰীয়াক বন্দীকাম কৰায়, আৰু তাৰ শ্ৰমৰ ফল তাক নিদিয়ে, [১৪] যি জনে নিজৰ নিমিত্তে এটা ডাঙৰ ঘৰ, আৰু বহল ওপৰ-খোঁটালী সাজোঁ বুলি কয়, আৰু আপোনাৰ নিমিত্তে খিলিকি দুৱাৰ কাটে, আৰু ভিতৰফালে ওপৰত এৰচ কাঠ লগায়, আৰু সিন্দুৰ বৰণীয়া ৰং দিয়ে, তাৰ সন্তাপ হব। [১৫] এৰচ কাঠৰ কথাত জিকিবলৈ চেষ্টা কৰাৰ কাৰণে জানো তুমি ৰাজত্ব কৰি থাকিবা? তোমাৰ পিতৃয়ে জানো ভোজন-পান কৰা আৰু বিচাৰ ও ন্যায় সিদ্ধ কৰা নাছিল? তাতে তেওঁৰ মঙ্গল হৈছিল। [১৬] তেওঁ দুঃখী-দৰিদ্ৰৰ বিচাৰ কৰাতে তেওঁৰ মঙ্গল হৈছিল; যিহোৱাই কৈছে, মোক জনাৰ প্ৰমাণ এয়ে নাছিল নে? [১৭] কিন্তু তোমাৰ চকু আৰু মন, আপোনাৰ লাভ বিচৰাত বাজে, আৰু নিৰ্দ্দোষীৰ ৰক্তপাত কৰাত, আৰু

তাক উপদ্ৰৱ ও অত্যাচাৰ কৰাত বাজে আন একোতো নেলাগে। [18] এই হেতুকে যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহোয়াকীমৰ বিষয়ে যিহোৱাই এই ৰূপে কৈছে, হায় হায় মোৰ ভাই, বা হায় হায় মোৰ ভনী, এই বুলি লোকে তেওঁৰ বিষয়ে বিলাপ নকৰিব; আৰু হায় হায় প্ৰভো, বা হায় হায় তেওঁৰ গৌৰৱ, এনে বুলিও বিলাপ নকৰিব। [19] লোকে তেওঁক টানি নি যিৰূচালেমৰ দুৱাৰৰ বাহিৰে দূৰত পেলাই দি গাধ পোতাৰ দৰে পুতিব।

[20] তুমি লিবানোনত উঠি চিঞৰা; আৰু বাচানত বৰকৈ মাতা, আৰু অবাৰীমৰ পৰা চিঞৰা; কিয়নো তোমাক প্ৰেম কৰোঁতা আটাই-বিলাক বিনষ্ট হল। [21] তোমাৰ মঙ্গলৰ সময়ত ময় তোমাক কৈছিলোঁ; কিন্তু তুমি, ময় নুশুনো বুলি কলা। তুমি যে মোৰ বাক্য পালন নকৰা, এয়ে লৰা কালৰে পৰা তোমাৰ দস্তুৰ। [22] বতাহে তোমাৰ মেৰ-ৰখীয়াবিলাকক চলাই নিব, তোমাক প্ৰেম কৰোঁতা আটাইবিলাক বন্দী-অৱস্থালৈ যাব; অৱশ্যে তেতিয়া তুমি আপোনাৰ আটাই দুষ্টতাৰ নিমিত্তে লাজ পাবা আৰু বিবৰ্ণ হবা। [23] এৰচ কাঠৰ মাজত আপোনাৰ বাহ সজা হে লিবানোন-বাসিনি, যেতিয়া যাতনাই, প্ৰসৱ-কাৰিণীৰ বেদনাৰ দৰে বেদনাই তোমাক আক্ৰমণ কৰিব, তেতিয়া তুমি কিমান বেচৗকৈ কৃপাৰ যোগ্য হবা! [24] যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, যিহূদাৰ ৰজা যিহোয়াকীমৰ পুত্ৰ কনিয়া মোৰ সোঁ হাতত থকা মোহৰৰ নিচিনা হলেও, ময় তোমাক তাৰ পৰা খহাই পেলাম। [25] আৰু ময় তোমাক তোমাৰ প্ৰাণ বিচৰাবোৰৰ হাতত, আৰু তুমি ভয় কৰাবোৰৰ হাতত, এনে কি, বাবিলৰ ৰজা নবূখদ্‌ৰেচৰৰ আৰু কল্‌দীয়াবিলাকৰ হাতত সোধাই দিম। [26] তোমাক, আৰু তোমাক জন্মোৱা মাৰাক, তোমালোক নজন্মা আন দেশত পেলাই দিম; [27] সেই ঠাইতে তোমালোক মৰিবা। সিবিলাকৰ মনে যি দেশলৈ আহিবলৈ হাবিয়াহ কৰে, সেই দেশলৈ সিবিলাক নুলটিব। [28] এই পুৰুষ কনিয়া ঘৃণিত ভগ্ন পাত্ৰ নে? ই অসন্তোষ-জনক পাত্ৰ নে? ইয়াক আৰু ইয়াৰ বংশক কিয় বাহিৰলৈ পেলোৱা হৈছে? ইবিলাকে নজনা দেশত ইবিলাকক কিয় পেলোৱা হৈছে? [29] হে পৃথিবি, হে পৃথিবি, হে পৃথিবি, যিহোৱাৰ বাক্য শুনা। [30] যিহোৱাই এই ৰূপে কৈছে, তোমা-লোকে এই মানুহ সন্তানহীন বুলি, ইয়াৰ দিনত উন্নতি কৰিব নোৱৰা মানুহ বুলি লিখা; কিয়নো ইয়াৰ বংশৰ কোনো মানুহ দায়ূদৰ সিংহাসনত বহিবলৈ, আৰু যিহূদাত শাসন কৰিবলৈ কৃত-কাৰ্য্য নহব।

শাসনকৰ্ত্তা, ভাববাদী, আৰু পুৰোহিতবিলাকৰ বিৰুদ্ধে কোৱা বাক্য।

**২৩** যি ৰখীয়াবোৰে মোৰ চৰণী ঠাইৰ জাকৰ মেৰবোৰক নষ্ট আৰু ছিন্ন-ভিন্ন কৰে, সিহঁতৰ সন্তাপ হব, এয়ে যিহোৱাৰ বচন। [2] এই হেতুকে মোৰ প্ৰজাবিলাকক চৰাওঁতা মেৰ-ৰখীয়াবোৰৰ বিৰুদ্ধে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই ৰূপে কৈছে, তোমালোকে মোৰ মেৰ-জাকক গোট গোট কৰিলা, সেইবোৰক খেদাই দিলা, আৰু সেইবোৰৰ বিচাৰ নললা; যিহোৱাই কৈছে, দেখা, ময় তোমালোকৰ কাৰ্য্যৰ দুষ্টতাৰ ফল তোমালোকক দিম। [3] আৰু যি যি দেশলৈ ময় মোৰ জাকক খেদিলোঁ, তাৰ পৰা সিবিলাকৰ অৱশিষ্ট ভাগ গোটাম, আৰু পুনৰায় সিবিলাকৰ গঁৰাললৈ সিবিলাকক আনিম; তাতে সিবিলাক প্ৰজাৱন্ত হৈ বহুবংশ হব। [4] যি মেৰ-ৰখীয়াসি-লাকে সিবিলাকক চৰাব, ময় সিবিলাকৰ ওপৰত এনে ৰখীয়াবিলাকক নিযুক্ত কৰিম; তেতিয়া সিবিলাকে আৰু ভয় নকৰিব আৰু বিহ্বল নহব, আৰু সিবিলাকৰ মাজৰ কোনো নাইকিয়া নহব, ইয়াকে যিহোৱাই কৈছে।

[5] যিহোৱাই কৈছে, দেখা, যি সময়ত ময় দায়ূ-দৰ বংশত এক ধাৰ্ম্মিক গজালি উৎপন্ন কৰিম, এনে কাল আহিছে; তেওঁ ৰজা হৈ ৰাজত্ব কৰিব, জ্ঞানেৰে সৈতে কাৰ্য্য কৰিব, আৰু দেশত বিচাৰ ও ন্যায় সিদ্ধ কৰিব। [6] তেওঁৰ কালত যিহূদাই পৰিত্ৰাণ পাব, ইস্ৰায়েলে নিৰাপদে বাস কৰিব, আৰু "যিহোৱাই আমাৰ ধাৰ্ম্মিকতা," এই নামেৰে তেওঁ প্ৰখ্যাত হব। [7] এই হেতুকে, যিহোৱাই কৈছে, দেখা, এনে কোনো দিন আহিছে, যে, সেই দিনা লোকবিলাকে আৰু নকব, যে, যি জনাই ইস্ৰায়েলৰ সন্তানবিলাকক মিচৰ দেশৰ পৰা উলিয়াই আনিলে, সেই যিহোৱাৰ জীৱনৰ

শপথ; [৮] কিন্তু এনেকৈ কব, যে, যি জনাই ইস্রায়েল বংশত অথবা সন্তানবিলাকক উত্তর দেশৰ পৰা, আৰু যি যি দেশলৈ মই সিবিলাকক খেদি-ছিলোঁ, সেই সকলো দেশৰ পৰা উলিয়াই চলাই লৈ আহিলে, সেই যিহোৱাৰ জীৱনৰ শপথ; আৰু সিবিলাকে আপোনাবিলাকৰ দেশত নিবাস কৰিব।

[৯] ভাববাদীবোৰৰ বিষয়। মোৰ অন্তৰত মোৰ হৃদয় ভগ্ন হল, আৰু মোৰ আটাই হাড়বোৰ কঁপিছে; যিহোৱাৰ কাৰণে আৰু তেওঁৰ পবিত্ৰ বাক্যৰ কাৰণে মই মতলীয়া লোকৰ নিচিনা, এনে কি, দ্ৰাক্ষাৰসে পৰাজয় কৰা মানুহৰ নিচিনা হলোঁ। [১০] কিয়নো দেশ ব্যভিচাৰী লোকেৰে পৰিপূৰ্ণ; কাৰণ শাওৰ প্ৰভাৱত দেশে শোক কৰিছে, অৰণ্যত থকা চৰণী ঠাইবোৰ শুকাইছে; সিবিলাকৰ গতি মন্দ, আৰু সিবিলাকৰ পৰাক্ৰম ন্যায়সঙ্গত নহয়। [১১] কিয়নো ভাববাদী আৰু পুৰোহিত দুয়ো অপবিত্ৰ; যিহোৱাই কৈছে, মোৰ গৃহতেই মই সিহঁতৰ দুষ্টতা পালোঁ। [১২] এই কাৰণে সিহঁতৰ পথ সিহঁতৰ নিমিত্তে অন্ধকাৰত থকা পিছল ঠাইৰ নিচিনা হব; সিহঁতে খেদা খাই তাৰ মাজত পতিত হব; কিয়নো, যিহোৱাই কৈছে, মই সিহঁতৰ ওপৰতে অমঙ্গল ঘটাম, এনে কি, সিহঁতক দণ্ড দিয়া বছৰ উপস্থিত কৰিম। [১৩] মই চমৰিয়াৰ ভাববাদীবোৰৰ মাজত অজ্ঞানতাৰ কাৰ্য্য দেখিলোঁ; সিহঁতে বালৰ নামেৰে ভাববাণী প্ৰচাৰ কৰি মোৰ প্ৰজা ইস্ৰায়েল লোকক ভুলালে। [১৪] মই যিৰূচালেমৰ ভাববাদীবোৰৰ মাজতো নোম শিঁয়ৰি যোৱা এটা কাৰ্য্য দেখিলোঁ; সিহঁতে পৰস্ত্ৰীগমন কৰে, মিছাত চলে, আৰু সিহঁতে কুকৰ্ম্মীহঁতৰ হাত এনেকৈ সবল কৰে, যে, সিহঁতৰ কোনেও আপোন দুষ্টতাৰ পৰা নোলটে; সিহঁত সকলোবেই মোৰ আগত চদোমৰ নিচিনা, আৰু তাৰ নিবাসীবোৰ ঘমোৰাৰ সদৃশ।

[১৫] এই হেতুকে বাহিনীবিলাকৰ যিহোৱাই সেই ভাববাদীবোৰৰ বিষয়ে এই কথা কৈছে, দেখা, মই সিহঁতক নাগদানা ভোজন কৰাম, আৰু বিহ গছৰ ৰস পান কৰাম; কিয়নো যিৰূচালেমৰ ভাববাদীবোৰৰ পৰা অপবিত্ৰতা ওলাই গোটেই দেশত ব্যাপিল। [১৬] বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, তোমালোকৰ আগত ভাববাণী প্ৰচাৰ কৰোঁতা ভাববাদীবোৰৰ বাক্য শুন-নিবা; সিহঁতে তোমালোকক অসাৰতা শিকায়, আৰু যিহোৱাৰ মুখৰ পৰা নোহোৱা আপোন আপোন মনৰ দৰ্শনৰ কথা কয়। [১৭] মোক হেয়-জ্ঞান কৰোঁতাহঁতৰ আগত সিহঁতে সদায় কৈ থাকে, যে, যিহোৱাই কৈছে, তোমালোকে শান্তি পাবা; আৰু সিহঁতে আপোন আপোন মনৰ কঠিনতা অনুসাৰে চলোঁতা আটাইবোৰৰ আগত কয়, তোমালোকলৈ অমঙ্গল নঘটিব। [১৮] কাৰণ, কোনে যিহোৱাৰ সভাত থিয় হৈছে, যে, সি নিজ চকুৰে চাই তেওঁৰ বাক্য শুনিব? কোনে তেওঁৰ বাক্যত কাণ পাতি তাক শুনিবলৈ পালে? [১৯] সোৱা, দেখা, যিহোৱাৰ প্ৰচণ্ড ক্ৰোধৰূপ ধুমুহা, এনে কি, প্ৰবল বামাৰলি বতাহ আহিছে; সেয়ে দুষ্টবোৰৰ মূৰত কোবেৰে লাগিব। [২০] যিহোৱাই কাৰ্য্যসমাপ্ত নকৰালৈকে, আৰু আপোন মনৰ অভি-প্ৰায় সিদ্ধ নকৰালৈকে তেওঁৰ ক্ৰোধ নেথামিব; তোমালোকে শেষকালত তাক সম্পূৰ্ণকৈ বুজিবা। [২১] মই এই ভাববাদীবোৰক পঠোৱা নাই, তথাপি সিহঁতে নিজে নিজেই লৰিলে; মই সিহঁতক কোৱা নাই, তথাপি সিহঁতে নিজে নিজেই ভাব-বাণী প্ৰচাৰ কৰিলে। [২২] কিন্তু সিহঁত মোৰ সভাত থিয় হোৱা হলে, মোৰ প্ৰজাবিলাকক মোৰ বাক্য শুনালেহেঁতেন, আৰু সিবিলাকৰ কুপথ ও কু-কৰ্ম্মৰ পৰা সিবিলাকক ওলোটালেহেঁতেন। [২৩] যিহোৱাই কৈছে, মই জানো ওচৰত থকাহে ঈশ্বৰ? দূৰত থকাও ঈশ্বৰ নহওঁ জানো? [২৪] যিহো-ৱাই কৈছে, মই দেখা নোপোৱাকৈ কোনো মানুহ জানো গুপুতে লুকাই থাকিব পাৰে? যিহোৱাই কৈছে, মই জানো স্বৰ্গ আৰু পৃথিবী ব্যাপি নেথাকোঁ? [২৫] মই সপোন দেখিলোঁ, মই সপোন দেখিলোঁ, এই বুলি কৈ মোৰ নামেৰে মিছা ভাববাণী প্ৰচাৰ কৰোঁতা ভাববাদীবোৰে কোৱা কথা মই শুনিলোঁ। [২৬] মিছা ভাববাণী প্ৰচাৰ কৰোঁতা ভাববাদীবোৰৰ, এনে কি, আপোন আপোন মনৰ কপটতা প্ৰকাশ কৰোঁতা ভাববাদীবোৰৰ অন্তৰত এয়ে কিমান কাল থাকিব? [২৭] সিহঁতৰ পূৰ্ব্বপুৰুষবোৰে বালত আসক্ত হৈ মোৰ নাম পাহৰা নিচিনাকৈ সিহঁতে আপোন আপোন ওচৰ-চুবুৰীয়াৰ আগত কোৱা

সপোনৰ দ্বাৰায় মোৰ প্ৰজাবিলাকক মোৰ নাম পাহৰাবলৈ খুজিছে । [২৮]সপোন দেখা ভাববাদীয়ে সপোনৰ কথা কওক, আৰু মোৰ বাক্য পোৱা জনে মোৰ বাক্য বিশ্বাসেৰে কওক ; যিহোৱাই কৈছে, ধানৰ মানত খেৰ কি ? [২৯]যিহোৱাই কৈছে, মোৰ বাক্য অগ্নিস্বৰূপ নহয় নে ? আৰু শিল টুকুৰাটুকুৰি কৰা হাঁতুৰীৰ নিচিনা নহয় নে?

[৩০]এই হেতুকে, যিহোৱাই কৈছে, দেখা, আপোন আপোন ওচৰ-চুবুৰীয়াৰ পৰা মোৰ বাক্য চুৰ কৰা ভাববাদীবোৰৰ মই বিপক্ষ । [৩১]যিহোৱাই কৈছে, দেখা, যি ভাববাদীবোৰে আপোন আপোন জিবা ব্যৱহাৰ কৰি, তেওঁ কৈছে বুলি কয়, মই সেই ভাববাদীবোৰৰ বিপক্ষ । [৩২]যিহোৱাই কৈছে, দেখা, যি ভাববাদীবোৰে নানা মিছা সপোন প্ৰচাৰ কৰে, আৰু সেইবোৰ কৈ সিহঁতৰ মিছা কথা আৰু অনৰ্থক অহঙ্কাৰৰ দ্বাৰায় মোৰ প্ৰজাবিলাকক ভ্ৰান্ত কৰে, সেই ভাববাদীবোৰৰ মই বিপক্ষ ; কিয়নো মই সিহঁতক পঠোৱা কি আজ্ঞা দিয়া নাছিলোঁ ; এই হেতুকে সিহঁতে এই প্ৰজাবিলাকক সমুলি উপকাৰ নকৰিব, ইয়াক যিহোৱাই কৈছে । [৩৩]আৰু যেতিয়া এই প্ৰজাবিলাকে, বা ভাববাদীয়ে, বা পুৰোহিতে তোমাক সুধিব, যিহোৱাৰ ভাৰবাক্য কি ? তেতিয়া তুমি সিবিলাকক কবা, ভাৰবাক্য কি ? যিহোৱাই কৈছে, মই তোমালোকক দূৰ কৰি দিম। [৩৪]যি ভাববাদী, পুৰোহিত, কি প্ৰজাই "যিহোৱাৰ ভাৰবাক্য" এই বুলি কব, মই সেই মানুহক আৰু তাৰ বংশক দণ্ড দিম । [৩৫]তোমালোক প্ৰতিজনে আপোন আপোন ওচৰ-চুবুৰীয়াক আৰু আপোন আপোন ভাইক এই কথা কবা, যিহোৱাই কি উত্তৰ দিলে ? বা যিহোৱাই কি কলে ? [৩৬]"যিহোৱাৰ ভাৰবাক্য" এই বুলি তোমালোকে আৰু উল্লেখ নকৰিবা ; কাৰণ প্ৰতিজনৰ নিজ বাক্যেই তালৈ ভাৰস্বৰূপ হব, কিয়নো তোমালোকে জীৱন্ত ঈশ্বৰৰ, আমাৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাৰ বাক্য বিপৰীত কৰিছা । [৩৭]তুমি ভাববাদীক এইৰূপে কবা, যিহোৱাই তোমাক কি উত্তৰ দিলে ? বা যিহোৱাই কি কলে ? [৩৮]কিন্তু "যিহোৱাৰ ভাৰবাক্য" এই বুলি যদি তোমালোকে কোৱা, তেন্তে অৱশ্যে যিহোৱাই এই ৰূপে কব, "যিহোৱাৰ ভাৰবাক্য" এই বুলি নকবৰ নিমিত্তে কৈ পঠোৱাতো "যিহোৱাৰ ভাৰবাক্য" এই বুলি কোৱা বাবে, দেখা, মই তোমালোকক নিচেইকৈ পাহৰিম, [৩৯]আৰু মই তোমালোকক আৰু তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক দিয়া এই নগৰখন মোৰ দৃষ্টিৰ পৰা দলিয়াই পেলাম, [৪০]আৰু পাহৰিব নোৱৰা চিৰকলীয়া দুৰ্নাম আৰু সৰ্ব্বদায় থকা লাজ তোমালোকলৈ ঘটাম ।

ডিমৰুৰে ভৰা দুটা পাচিৰ উপমা ।

**২৪** বাবিলৰ ৰজা নবূখদ্‌ৰেচৰে যিৰূচালেমৰ পৰা, কমাৰ বাঢ়ৈ আদি শিল্পকাৰীয়ে সৈতে যিহোয়াকীমৰ পুত্ৰ যিহুদাৰ ৰজা যকনিয়াক, আৰু যিহুদাৰ প্ৰধান লোকবিলাকক বাবিললৈ বন্দি কৰি নিয়াৰ পাছত, যিহোৱাৰ মন্দিৰৰ আগত থোৱা ডিমৰু গুটিৰ দুটা পাচি যিহোৱাই মোক দেখুৱাইছিল । [২]এটা পাচিত প্ৰথমে পকা ডিমৰু গুটিৰ নিচিনা অতি উত্তম ডিমৰু গুটি আছিল, আৰু আন পাচিত বেয়াৰ নিমিত্তে খাব নোৱৰা অতি বেয়া ডিমৰু গুটি আছিল । [৩]তেতিয়া যিহোৱাই মোক সুধিলে, হে যিৰিমিয়া, কি দেখিছা ? তাতে মই কলোঁ, ডিমৰু গুটি ; তাৰ মাজত ভাল অতি উত্তম, আৰু বেয়া ইমান বেয়া, যে, বেয়াৰ নিমিত্তে খাব নোৱাৰে । [৪]পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, [৫]বোলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই ৰূপে কৈছে, এই ঠাইৰ পৰা কল্‌দীয়াহঁতৰ দেশলৈ মই বন্দী কৰাই পঠোৱা যিহুদাৰ লোকবিলাকক মই এই উত্তম ডিমৰু গুটিৰ নিচিনাকৈ মঙ্গলৰ অৰ্থে সুদৃষ্টি কৰিম । [৬]কিয়নো মই সিবিলাকৰ মঙ্গলৰ অৰ্থে সিবিলাকৰ ওপৰত মোৰ চকু ৰাখিম, আৰু মই সিবিলাকক পুনৰায় এই দেশলৈ আনিম, আৰু সিবিলাকক স্থাপন কৰিম, নেভাজিম ; ৰোপণ কৰিম, দুঘালিম । [৭]আৰু মই যে যিহোৱা, ইয়াক জানিবৰ মন মই সিবিলাকক দিম ; আৰু সিবিলাক মোৰ প্ৰজা হব, আৰু মই সিবিলাকৰ ঈশ্বৰ হম ; কিয়নো সিবিলাকে সমস্ত মনেৰে মোলৈ উলটি আহিব । [৮]আৰু যিহুদাৰ ৰজা চিদিকিয়াক, তেওঁৰ প্ৰধান লোকবিলাকক, আৰু এই দেশত বাকী থকা যিৰূচালেমৰ অৱশিষ্ট ভাগক, আৰু মিচৰ দেশত

প্ৰবাস কৰা লোকবোৰক, বেয়াৰ নিমিত্তে খাব নোৱৰা সেই বেয়া ডিমৰু গুটিৰ নিচিনাকৈ মই ত্যাগ কৰিম, ইয়াক যিহোৱাই নিশ্চয়কৈ কৈছে; ৯ এনে কি, অমঙ্গলৰ অৰ্থে মই সিবিলাকক পৃথিবীৰ সকলো ৰাজ্যত ত্ৰাসৰ বিষয় হবলৈ, আৰু যি যি ঠাইলৈ সিবিলাকক খেদিম, সেই সকলো ঠাইত সিবিলাকক অপমান, দৃষ্টান্ত, বিদ্ৰূপ, আৰু শাওৰ বিষয় হবলৈ দিম। ১০ আৰু মই সিবিলাকক আৰু সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকক দিয়া দেশৰ পৰা সিবিলাক উচ্ছন্ন নোহোৱালৈকে, সিবিলাকৰ মাজলৈ তৰোৱাল, আকাল, আৰু মহামাৰী পঠাই থাকিম।

### যিহূদীবিলাকৰ বন্দীত্ব, আৰু জাতিবিলাকৰ দণ্ড।

**২৫** যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহোয়াকীমৰ ৰাজত্বৰ চতুৰ্থ বছৰত বাবিলৰ নবূখদ্ৰেচৰ ৰজাৰ ৰাজত্বৰ প্ৰথম বছৰত যিহূদাৰ আটাই লোকৰ বিষয়ে যিহোৱাৰ পৰা যিৰিমিয়ালৈ অহা বাক্য। ২ যিৰিমিয়া ভাববাদীয়ে যিহূদাৰ সকলো লোকৰ, আৰু যিৰূচালেম-নিবাসী আটাইবিলাকৰ আগত সেই বাক্য প্ৰচাৰ কৰি কলে, ৩ আমোনৰ পুত্ৰ যিহূদাৰ ৰজা যোচিয়াৰ ৰাজত্বৰ ত্ৰয়োদশ বছৰৰে পৰা আজিলৈকে এই তেইশ বছৰ যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহি আছে, আৰু মই প্ৰতিপ্ৰভাতে উঠি তোমালোকক তাক কৈ আছোঁ; কিন্তু তোমালোকে কাণ দিয়া নাই। ৪ যিহোৱাই প্ৰতিপ্ৰভাতে উঠি আপোন দাস ভাববাদীবিলাকক তোমালোকৰ ওচৰলৈ পঠাই আছে, কিন্তু তোমালোকে শুনা নাই, আৰু শুনিবলৈ কাণো পতা নাই। ৫ সিবিলাকে কলে, বিনয় কৰোঁ, তোমালোক প্ৰতিজনে আপোন আপোন কুপথৰ পৰা আৰু আপোন আপোন দুষ্টতাৰ পৰা ঘূৰা, আৰু যিহোৱাই তোমালোকক আৰু তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক দিয়া দেশত যুগে যুগে অনন্ত কাললৈকে বাস কৰা। ৬ আৰু ইতৰ দেৱতাবোৰক সেৱাপূজা আৰু সেইবোৰৰ আগত প্ৰণিপাত কৰিবলৈ সেইবোৰৰ অনুগামী নহবা, আৰু তোমালোকৰ হাতে কৰা কাৰ্য্যৰ দ্বাৰায় মোক বেজাৰ নিদিবা; তাতে মই তোমালোকৰ কোনো অপকাৰ নকৰিম। ৭ তথাপি, যিহোৱাই কৈছে, তোমালোকে নিজৰ নিজৰ অপকাৰৰ অৰ্থে আপোনাবিলাকৰ হাতে কৰা কাৰ্য্যৰ দ্বাৰায় মোক বেজাৰ দিবলৈ মোলৈ কাণ দিয়া নাই। ৮ এই হেতুকে বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে, দেখা, তোমালোকে মোৰ বাক্য নুশুনা বাবে, ৯ মই মানুহ পঠাই উত্তৰ দিশত থকা আটাই গোষ্ঠীক আনিম, ইয়াক যিহোৱাই কৈছে; মই মোৰ দাস বাবিলৰ নবূখদ্ৰেচৰ ৰজাৰ ওচৰলৈ মানুহ পঠাই, এই দেশৰ, ইয়াৰ নিবাসীবিলাকৰ, আৰু চাৰিওফালে থকা এই আটাইবোৰ জাতিৰ বিৰুদ্ধে সিহঁতক আনিম; আৰু মই ইবিলাকক নিঃশেষে বিনষ্ট কৰিম, আৰু মই ইবিলাকক আশ্চৰিতৰ ও ইচ ইচ কৰাৰ বিষয় আৰু ইবিলাকৰ ঠাই চিৰকলীয়া ধ্বংসস্থান কৰিম। ১০ ইয়াৰ বাহিৰে মই ইবিলাকৰ পৰা উল্লাসৰ ধ্বনি, আনন্দৰ ধ্বনি, দৰাকন্যাৰ ধ্বনি, জাঁতৰ শবদ আৰু চাকিৰ পোহৰ নাইকিয়া কৰিম। ১১ তাতে এই গোটেই দেশ ধ্বংস আৰু আশ্চৰিতৰ ঠাই হব, আৰু এই জাতিবিলাকে সত্তৰ বছৰলৈকে বাবিলৰ ৰজাৰ বন্দীকাম কৰিব। ১২ যিহোৱাই আৰু কৈছে, সেই সত্তৰ বছৰ পূৰ হলে, মই বাবিলৰ ৰজাক, আৰু সেই জাতিক, আৰু কল্দীয়াবিলাকৰ দেশক সিহঁতৰ অপৰাধৰ নিমিত্তে দণ্ড দিম; আৰু মই তাক চিৰকালৰ নিমিত্তে ধ্বংসস্থান কৰিম। ১৩ আৰু মই সেই দেশৰ বিৰুদ্ধে কোৱা মোৰ সকলো বাক্য, এনে কি, যিৰিমিয়াই সকলো জাতিৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা, এই পুথীখনিত লিখা সকলোকে সেই দেশলৈ ঘটাম। ১৪ কিয়নো অনেক জাতি আৰু মহান ৰজাবিলাকে সিহঁতক বন্দীকাম কৰাব; আৰু মই সিহঁতৰ কৰ্ম্ম আৰু সিহঁতৰ হাতৰ কাৰ্য্য অনুসাৰে সিহঁতক প্ৰতিফল দিম।

১৫ কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই মোক এই ৰূপে কৈছে, তুমি মোৰ ক্ৰোধস্বৰূপ এই দ্ৰাক্ষাৰসৰ পান-পাত্ৰ মোৰ হাতৰ পৰা লোৱা, আৰু যি যি জাতিৰ ওচৰলৈ মই তোমাক পঠাওঁ, তুমি গৈ সেই সেই জাতিক ইয়াক পান কৰোৱা। ১৬ সিহঁতে পান কৰি ঢলংপলং কৰিব, আৰু মই সিহঁতৰ মাজলৈ যি তৰোৱাল পঠাম, তাৰ কাৰণে সিহঁত পগলা যেন হব। ১৭ তেতিয়া মই যিহো-

যার হাতর পরা সেই পান-পাত্র লৈ, যিহোৱাই যিবোর জাতির ওচরলৈ মোক পঠালে, সিহঁতক পান করালোঁ, [১৮] অর্থাৎ আজির নিচিনাকৈ, সিহঁতক ধ্বংসস্থান, আশ্চরিত, ইচ ইচ, আরু শাওর বিষয় করিবলৈ যিরূচালেমক, যিহূদার নগরবোরক, তার রজাবিলাকক, আরু তার প্রধান লোকবিলাকক পান করালোঁ ; [১৯] আরু মিচরর রজা ফরৌণক আরু তেওঁর মন্ত্রীবিলাকক, তেওঁর প্রধান লোকবিলাকক, [২০] তেওঁর সকলো প্রজাক, মিশ্রিত জাতিসমূহক, উচ দেশর সকলো রজাক, পলেষ্টীয়াবিলাকর আটাই রজাক বিশেষকৈ অস্কিলোন, ঘচা, ইক্রোণ, আরু অচ্‌দোদর অৱশিষ্ট ভাগক, [২১] ইদোম, মোৱাব, আরু অম্মোনর সন্তানবিলাকক, তূরর সকলো রজাক, [২২] চীদোনর সকলো রজাক, সমুদ্রর সিপারে থকা দ্বীপর সকলো রজাক, [২৩] দদান, তেমা, বূজ, আরু কূমর গুরিত ডাড়ি-চুলি কটা সকলোকে, [২৪] আরবর সকলো রজাক, অরণ্য-নিবাসী মিশ্রিত জাতির সকলো রজাক, [২৫] জিম্রীর সকলো রজাক, এলমর সকলো রজাক, মাদীয়াবিলাকর সকলো রজাক, [২৬] প্রভেদ নকরাকৈ উত্তর দেশর ওচরত কি দূরত থকা সকলো রজাক, পৃথিবীর ওপরত থকা জগতর সকলো রাজ্যক পান করালোঁ ; আরু চেচকর রজাই সিহঁতর পাছত পান করিব। [২৭] আরু তুমি সিহঁতক এই কথা কবা, ইস্রায়েলর ঈশ্বর বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, তোমালোকে পান করি মত্তলীয়া হৈ বঁতিওৱা, আরু তোমালোকর মাজলৈ ময় যি তরোৱাল পঠাম, তার কারণে পতিত হোৱা, আরু নুঠিবা। [২৮] আরু যদি সিহঁতে পান করিবলৈ তোমার হাতর পরা পান-পাত্রটো লবলৈ অস্বীকার করে, তেতিয়া সিহঁতক কবা, বাহিনীবিলাকর যিহোৱাই এই রূপে কৈছে, তোমালোকে অৱশ্যে পান করিবই লাগে। [২৯] কারণ, দেখা, মোর নামেরে প্রখ্যাত হোৱা নগরখনতেই অমঙ্গল করিবলৈ ধরিছোঁ, এনে স্থলত, তোমালোকে একেবারে দণ্ড নোপোৱাকৈ থাকিবা নে ? তোমালোকে দণ্ড নোপোৱাকৈ নেথাকিবা ; কিয়নো, বাহিনীবিলাকর যিহোৱাই কৈছে, ময় পৃথিবী-নিবাসী সকলোরে অহিতে তরোৱাল মাতিম। [৩০] এই হেতুকে তুমি সিহঁতর বিরুদ্ধে এই সকলো ভাববাণী প্রচার করা, আরু সিহঁতক কোৱা, যিহোৱাই উচ্চস্থানর পরা গর্জ্জন করিব, আরু তেওঁ আপোনার পবিত্র নিবাসর পরা উচ্চধ্বনি শুনাব, তেওঁর মের চরোৱা ঠাইর বিরুদ্ধে বড়কৈ গর্জ্জিব, আরু পৃথিবী-নিবাসী সকলোরে বিরুদ্ধে দ্রাক্ষাগুটি গচকোঁতাবিলাকর নিচিনাকৈ উচ্চধ্বনি করিব। [৩১] পৃথিবীর সীমালৈকে ধ্বনিয়ে ব্যাপিব ; কিয়নো জাতিবিলাকে সৈতে যিহোৱার বিবাদ আছে, তেওঁ মর্ত্ত্যবিলাকে সৈতে প্রতিবাদ করিব ; দুষ্টইঁতক হলে, তেওঁ তরোৱালত সোধাই দিব, এয়ে যিহোৱার বচন।

[৩২] বাহিনীবিলাকর যিহোৱাই এই রূপে কৈছে, দেখা, এক জাতির পরা আন জাতিলৈ অমঙ্গল ওলাব, আরু পৃথিবীর অন্ত ভাগর পরা বড় ধুমুহা আহিব। [৩৩] সেই দিনা পৃথিবীর ইমূরর পরা সিমূরলৈ যিহোৱার হত লোক হব ; কোনেও সিহঁতর নিমিত্তে বিলাপ নকরিব, আরু সিহঁতক গোটোৱা কি পোতা নহব ; সিহঁত মাটির ওপরত সারস্বরূপ হব। [৩৪] হে মের-রখীয়াবিলাক, তোমালোকে হাহাকার আরু কাতরোক্তি করা ; আরু হে মেরর জাকর প্রধানবিলাক, তোমালোক ছাইত বাগরা। কিয়নো তোমালোকর হত্যার দিন আহি পড়িল ; ময় তোমালোকক ছিন্ন-ভিন্ন করিম, তাতে তোমালোক মনোহর পাত্রর দরে পতিত হবা। [৩৫] মের-রখীয়াবিলাকে পলাবলৈ, বা মেরর জাকর প্রধানবিলাকে রক্ষা পাবলৈ বাট নেপাব। [৩৬] মের-রখীয়াবিলাকর কাতরোক্তি, আরু মেরর জাকর প্রধানবিলাকর হাহাকারর শব্দ শুনা গৈছে ; কিয়নো যিহোৱাই সিবিলাকর চরণী ঠাই উচ্ছন্ন করিছে। [৩৭] আরু যিহোৱার প্রচণ্ড ক্রোধর কারণে শান্তিপূর্ণ মেরর গঁরালবোর নিস্তব্ধ হল। [৩৮] তেওঁ সিংহর নিচিনাকৈ আপোনার গহ্বর এরি আহিছে ; কিয়নো অত্যাচার-কারী তরোৱালর ভয়ানকতা আরু তেওঁর প্রচণ্ড ক্রোধর কারণে সিবিলাকর দেশ আশ্চরিতর বিষয় হৈছে।

### যিরিমিয়াই সঙ্কটত পড়া।

**২৬** যোচিয়ার পুত্র যিহূদার রজা যিহোয়াকীমর রাজত্বর আরম্ভনত যিহোৱার পরা এই বাক্য

আহিল, [২]বোলে; যিহোৱাই এই ৰূপে কৈছে, তুমি যিহোৱার গৃহর চোঁতালত থিয় হোৱা, আৰু যিহোৱার গৃহত প্ৰণিপাত করিবর অৰ্থে অহা যিহূদার সকলো নগরর লোকবিলাকক, ময় সিবিলাকক কবলৈ তোমাক আজ্ঞা দিয়া সকলো বাক্য কোৱা, এটা কথাও নোকোৱাকৈ নেথা-কিবা। [৩]কিজানি সিবিলাকে শুনি আপোন আপোন কুপথর পরা উলটিব; সেয়ে হলে, সিবিলাকর দুষ্টতার নিমিত্তে ময় সিবিলাকলৈ করিব খোজা অমঙ্গলর পরা থামিম। [৪]তুমি সিবিলাকক কোৱা, যিহোৱাই এই কথা কৈছে, যি ভাববাদীবিলাকক ময় প্ৰভাতে উঠি তোমা-লোকর ওচরলৈ পঠাই থাকোঁ, কিন্তু তোমালোকে নুশুনা, [৫]মোর দাস সেই ভাববাদীবিলাকর বাক্য শুনিবলৈ, তোমালোকর আগত ময় স্থাপন করা মোর ব্যবস্থামতে চলিবলৈ, যদি তোমালোকে মোলৈ কাণ নিদিয়া, [৬]তেনে হলে ময় এই গৃহক চীলোর নিচিনা করিম, আৰু এই নগরক পৃথিবীর আটাই জাতির শাওর বিষয় করিম। [৭]যেতিয়া যিরিমিয়াই যিহোৱার গৃহত এই সকলো বাক্য কলে, তেতিয়া পুরোহিত, ভাববাদী, আৰু আটাই প্ৰজাবিলাকে শুনিলে। [৮]আৰু যিরিমিয়াই সকলো লোকর আগত, যিহোৱাই আজ্ঞা করা সকলো কথা কৈ এঁটোৱার পাছে, পুরোহিত, ভাববাদী, আৰু আটাই প্ৰজাবিলাকে তেওঁক ধরি কলে, তুমি নিশ্চয়ে মরিবা; [৯]এই গৃহ চীলোর নিচিনা হব, আৰু এই নগর উচ্ছন্ন নিবাসীশূন্য হব বুলি কৈ তুমি যিহোৱার নামেরে কিয় ভাববাণী প্ৰচার করিছা? আৰু সকলো প্ৰজাই যিহোৱার গৃহত যিরিমিয়ার আগত গোট খালে।

[১০]তেতিয়া যিহূদার প্ৰধান লোকবিলাকে এই কথা শুনি রাজগৃহর পরা যিহোৱার গৃহলৈ আহিল, আৰু সিবিলাক যিহোৱার গৃহত নতুন দুৱারর সোমোৱা ঠাইত বহিল। [১১]পাছে পুরো-হিত আৰু ভাববাদীবিলাকে প্ৰধান লোকবিলা-কর আৰু আটাই প্ৰজাবিলাকর আগত কলে, এই মানুহ প্ৰাণদণ্ডর যোগ্য; কিয়নো ই এই নগরর বিরুদ্ধে ভাববাণী প্ৰচার করিলে, তাক তোমালোকে নিজ কাণে শুনিলা। [১২]তেতিয়া যিরিমিয়াই সকলো প্ৰধান লোক আৰু আটাই প্ৰজার আগত কলে, এই গৃহ আৰু নগরর বিরুদ্ধে তোমালোকে শুনা আটাইবোর ভাববাণী প্ৰচার করিবলৈ যিহোৱায়েই মোক পঠালে। [১৩]এই হেতুকে এতিয়া তোমালোকে আপোন আপোন আচরণ আৰু কৰ্ম্ম শুদ্ধ করা, আৰু আপোনাবিলাকর ঈশ্বর যিহোৱার বাক্য পালন করা; তাতে যিহোৱাই তোমালোকর অহিতে করিব খোজা অমঙ্গলর পরা থামিব। [১৪]কিন্তু দেখা, ময় হলে তোমালোকর মুঠিতে আছোঁ; তোমালোকর দৃষ্টিত যি ভাল আৰু ন্যায়, তাকে মোলৈ করা। [১৫]কেবল তোমালোকে নিশ্চয়ে জানিবা, যে, যদি তোমালোকে মোক বধ করা, তেন্তে তোমালোকর নিজর নিজর, এই নগরর, আৰু ইয়ার নিবাসীবিলাকর ওপরত নিৰ্দ্দোষীর রক্তপাতর দোষ ঘটাবা; কিয়নো স্বরূপেই সেই সকলো কথা তোমালোকর কাণত কবলৈ যিহোৱাই মোক তোমালোকর গুরিলৈ পঠালে। [১৬]তেতিয়া প্ৰধান লোকবিলাক আৰু আটাই প্ৰজাই পুরোহিত আৰু ভাববাদীবিলাকক কলে, এই মানুহ প্ৰাণদণ্ডর যোগ্য নহয়; কিয়নো এওঁ আমার ঈশ্বর যিহোৱার নামেরে আমাক কথা কলে। [১৭]তার পাছত দেশর বৃদ্ধবিলাকর মাজর জনদিয়েকে উঠি প্ৰজাবিলাকর গোটেই সমাজক কলে, [১৮]যিহূদার হিষ্কিয়া রজার রাজত্ব কালত মোরেষ্টীয়া মীখায়াই ভাববাণী প্ৰচার করিছিল, তেওঁ যিহূদার আটাই লোকক কৈছিল, বাহিনীবিলাকর যিহোৱাই এই ৰূপে কৈছে, চিয়োনক পথারর নিচিনাকৈ চহোৱা হব, যিরূ-চালেম ভগ্নরাশি হব, আৰু গৃহটী থকা পৰ্ব্বতটো কাঠনির ওখ ঠাইবোরর নিচিনা হব। [১৯]কোৱা-ছোন, যিহূদার হিষ্কিয়া রজাই আৰু গোটেই যিহূদাই জানো তেওঁক বধ করিছিল? হিষ্কিয়াই জানো যিহোৱালৈ ভয় করা নাছিল? আৰু তেওঁ জানো যিহোৱার অনুগ্ৰহ প্ৰাৰ্থনা করা নাছিল? তাতে যিহোৱাই সিবিলাকলৈ করিব খোজা অমঙ্গলর পরা জানো নেথামিল? তোমা-লোকে কোৱার দরে করিলে, আমি আপোন আপোন প্ৰাণর অহিতে মহা-অমঙ্গল ঘটাম। [২০]যিহোৱার নামেরে ভাববাণী প্ৰচার করা আৰু এজন লোক আছিল, তেওঁ কিরিয়ৎ-যিয়ারীম-নিবাসী চমরিয়ার পুত্ৰ উরিয়া: তেওঁ যিরি-

মিয়াৰ সকলো বাক্যৰ নিচিনাকৈ এই নগৰ আৰু এই দেশৰ অহিতে ভাববাণী প্ৰচাৰ কৰিছিল। [21] তাতে যিহোয়াকীম ৰজা, তেওঁৰ বীৰবিলাক, আৰু সকলো প্ৰধান লোকে তেওঁৰ কথা শুনিবলৈ পোৱাত, ৰজাই তেওঁক বধ কৰিবলৈ পুৰুষাৰ্থ কৰিলে; কিন্তু উৰিয়াই তাকে শুনি ভয় পাই পলাই মিচৰলৈ গল। [22] তেতিয়া যিহোয়াকীম ৰজাই মিচৰলৈ মানুহ পঠালে, অৰ্থাৎ অকবোৰৰ পুত্ৰ ইল্‌নাথনক, আৰু তেওঁৰ লগত কেইজনমান লোকক মিচৰলৈ পঠালে। [23] পাছে সিবিলাকে উৰিয়াক মিচৰৰ পৰা উলিয়াই যিহোয়াকীম ৰজাৰ গুৰিলৈ আনিলত, ৰজাই তৰোৱালৰ দ্বাৰায় তেওঁক বধ কৰি সামান্য লোকৰ মৈদামত তেওঁৰ শব পেলাই দিলে। [24] কিন্তু চাফনৰ পুত্ৰ অহীকামৰ হাত যিৰিমিয়াৰ পক্ষে থকাত, বধ কৰিবৰ অৰ্থে লোকবিলাকৰ হাতত তেওঁক সোধাই দিয়া নহল।

যোঁত-জৰী আৰু যুঁৱলি পঠোৱাৰ উপমা।

**২৭** যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা চিদিকিয়াৰ ৰাজত্বৰ আৰম্ভনত যিহোৱাৰ পৰা যিৰিমিয়ালৈ এই বাক্য আহিল, বোলে, [2] যিহোৱাই মোক কলে, তুমি যোঁত-জৰী আৰু যুঁৱলি সাজি তোমাৰ ডিঙিত লগোৱা; [3] আৰু যিৰূচালেমলৈ যিহূদাৰ চিদিকিয়া ৰজাৰ গুৰিলৈ অহা দূতবোৰৰ হাতত, ইদোমৰ ৰজা, মোৱাবৰ ৰজা, অম্মোনৰ সন্তানবিলাকৰ ৰজা, তূৰৰ ৰজা, আৰু চীদোনৰ ৰজাৰ ওচৰলৈ সেইবোৰ পঠাই দিয়া; [4] আৰু আপোন আপোন প্ৰভুক কবৰ নিমিত্তে সিহঁতক এই আদেশ দিয়া, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই কৈছে, তোমালোকে আপোন আপোন প্ৰভুক এই এই কথা কবা, [5] ময়েই আপোন মহাশক্তিৰে আৰু মেলা বাহুৰে পৃথিবীক, আৰু পৃথিবীৰ ওপৰত থকা মানুহ আৰু পশুবোৰক সৃষ্টি কৰিলোঁ, আৰু মোৰ দৃষ্টিত যাক ভাল দেখোঁ, তাকে তাক দিওঁ। [6] এই হেতুকে এতিয়া ময় এই সকলো দেশ আপোন দাস বাবিলৰ ৰজা নবুখদ্‌নেচৰৰ হাতত দিলোঁ, আৰু তেওঁৰ বন্দীকাম কৰিবৰ অৰ্থে বনৰ জন্তুবোৰকো ময় তেওঁক দিলোঁ। [7] আৰু তেওঁৰ নিজ দেশৰ সময় নোহোৱালৈকে সকলো জাতিয়ে তেওঁৰ, তেওঁৰ পুতেকৰ আৰু তেওঁৰ নাতিয়েকৰ বন্দীকাম কৰিব; সেই সময় হলে অনেক জাতি আৰু মহান ৰজাবিলাকে তেওঁক সিবিলাকৰ বন্দীকাম কৰাব। [8] যি জাতি আৰু ৰাজ্যই সেই বাবিলৰ ৰজা নবুখদ্ৰেচৰৰ বন্দীকাম নকৰিব, আৰু বাবিলৰ ৰজাৰ যুঁৱলিত আপোনাৰ ডিঙি নেৰাখিব, যিহোৱাই কৈছে, ময় তেওঁৰ হাতেৰে সেই জাতিক সংহাৰ নকৰালৈকে তৰোৱাল আৰু মহামাৰীৰ দ্বাৰায় সিহঁতক দণ্ড দিম। [9] কিন্তু তোমালোকে হলে, তোমালোকে বাবিলৰ ৰজাৰ বন্দীকাম কৰিবলৈ নেপাবা, এই বুলি তোমালোকক কোৱা তোমালোকৰ ভাববাদী, মঙ্গলতী, স্বপ্নদৰ্শক, গণক, কি মায়াবীৰ কথা নুশুনিবা; [10] কিয়নো তোমালোকৰ দেশৰ পৰা তোমালোকক দূৰ কৰিবৰ নিমিত্তে, আৰু ময় তোমালোকক খেদাই দিলে তোমালোক নষ্ট হবৰ নিমিত্তে, তোমালোকৰ আগত সিহঁতে মিছা ভাববাণী প্ৰচাৰ কৰে। [11] কিন্তু যি জাতিয়ে বাবিলৰ ৰজাৰ যুঁৱলিৰ তলত আপোনাৰ ডিঙি ৰাখিব, আৰু তেওঁৰ বন্দীকাম কৰিব, যিহোৱাই কৈছে, ময় সেই জাতিক আপোন দেশত থাকিবলৈ দিম; সিবিলাকে তাত কৃষিকাৰ্য্য কৰিব, আৰু তাত বাস কৰিব।

[12] পাছে ময় সেই সকলো বাক্য অনুসাৰে যিহূদাৰ ৰজা চিদিকিয়াক কলোঁ, তোমালোকে আপোন আপোন ডিঙি বাবিলৰ ৰজাৰ যুঁৱলিৰ তলত ৰাখি, তেওঁৰ আৰু তেওঁৰ লোকবিলাকৰ বন্দীকাম কৰি জীয়াই থাকা। [13] যি জাতিয়ে বাবিলৰ ৰজাৰ বন্দীকাম নকৰিব, সেই জাতিৰ বিষয়ে যিহোৱাই কোৱাৰ দৰে, তুমি আৰু তোমাৰ প্ৰজাবিলাক তৰোৱাল, আকাল, আৰু মহামাৰীত কিয় মৰিবা? [14] বাবিলৰ ৰজাৰ বন্দীকাম কৰিবলৈ নেপাবা বুলি তোমালোকক কোৱা ভাববাদীবোৰৰ কথা নুশুনিবা; কিয়নো সিহঁতে তোমালোকৰ আগত মিছা ভাববাণী প্ৰচাৰ কৰে। [15] কাৰণ, যিহোৱাই কৈছে, ময় সিহঁতক পঠোৱা নাই; কিন্তু ময় তোমালোকক খেদাই দিলে তোমালোক আৰু তোমালোকৰ আগত ভাববাণী প্ৰচাৰ কৰা

ভাববাদীবোৰ বিনষ্ট হবৰ নিমিত্তে, সিহঁতে মিছাকৈয়ে মোৰ নামেৰে ভাববাণী প্ৰচাৰ কৰে। [১৬] পাছে ময় পুৰোহিতবিলাকক আৰু এই সকলো প্ৰজাক কলোঁ, যিহোৱাই এই কথা কৈছে, দেখা, যিহোৱাৰ গৃহৰ বস্তুবোৰ অলপতে পুনৰায় বাবিলৰ পৰা অনা যাব বুলি তোমালোকৰ আগত ভাববাণী প্ৰচাৰ কৰা তোমালোকৰ ভাববাদীবোৰৰ কথালৈ কাণ নিদিবা; কিয়নো সিহঁতে তোমালোকৰ আগত মিছা ভাববাণী প্ৰচাৰ কৰে। [১৭] সিহঁতৰ কথালৈ কাণ নিদিবা, কিন্তু বাবিলৰ ৰজাৰ বন্দীকাম কৰি জীয়াই থাকা; এই নগৰ কিয় ধ্বংসস্থান হব? [১৮] কিন্তু যদি সিহঁত ভাববাদী হয়, আৰু যদি যিহোৱাৰ বাক্য সিহঁতৰ লগত আছে, তেন্তে যিহোৱাৰ গৃহত, যিহূদাৰ ৰাজগৃহত, আৰু যিৰূচালেমত অৱশিষ্ট থকা বস্তুবোৰ বাবিললৈ নেযাবৰ নিমিত্তে বাহিনীবিলাকৰ যিহোৱাৰ আগত সিহঁতে প্ৰাৰ্থনা কৰোক। [১৯] কিয়নো বাবিলৰ ৰজা নবূখদ্‌নেচৰে যিহোয়াকীমৰ পুতেক যিহূদাৰ ৰজা যকনিয়াক, আৰু যিহূদাৰ ও যিৰূচালেমৰ প্ৰধান লোকবিলাকক যিৰূচালেমৰ পৰা বাবিললৈ বন্দী কৰি নিয়া সময়ত, [২০] স্তম্ভ কেইটা, সমুদ্ৰপাত্ৰটো, আৰু আধাৰবোৰ আদি কৰি এই নগৰত অৱশিষ্ট থকা যি যি বস্তু বাবিলৰ ৰজা নবূখদ্‌নেচৰে নিয়া নাছিল, সেইবোৰৰ বিষয়ে বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে; [২১] এনে কি, যিহোৱাৰ গৃহত, যিহূদাৰ ৰাজগৃহত, আৰু যিৰূচালেমত অৱশিষ্ট থকা সেই বস্তুবোৰৰ বিষয়ে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে, [২২] সেই সকলোকে বাবিললৈ নিয়া হব, আৰু ময় সেইবোৰৰ বিচাৰ নকৰা দিনলৈকে সেইবোৰ সেই ঠাইতে থাকিব, ইয়াকে যিহোৱাই কৈছে; সেই দিন উপস্থিত হলে, ময় সেইবোৰ আনি এই ঠাইত পুনৰায় স্থাপন কৰিম।

মিছা ভাববাদী হননিয়াৰ দণ্ড।

২৮ পাছে সেই বছৰত যিহূদাৰ ৰজা চিদিকিয়াৰ ৰাজত্বৰ আৰম্ভনত চতুৰ্থ বছৰৰ পঞ্চম মাহত, যিহোৱাৰ গৃহত, পুৰোহিত আৰু সকলো প্ৰজাৰ আগত গিবিয়োন-নিবাসী অজ্জুৰৰ পুত্ৰ হননিয়া ভাববাদীয়ে মোক এই কথা কলে, [২] ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে, ময় বাবিলৰ ৰজাৰ যুঁৱলি ভাঙিলোঁ। [৩] এই ঠাইৰ পৰা বাবিলৰ ৰজা নবূখদ্‌নেচৰে বাবিললৈ লৈ যোৱা যিহোৱাৰ গৃহৰ সকলো বস্তু সম্পূৰ্ণ দুই বছৰৰ ভিতৰত ময় পুনৰায় এই ঠাইলৈ আনিম। [৪] আৰু যিহোৱাই কৈছে, ময় যিহোয়াকীমৰ পুত্ৰ যিহূদাৰ ৰজা যকনিয়াক, বাবিললৈ বন্দী কৰি নিয়া যিহূদাৰ আটাইবিলাকে সৈতে এই ঠাইলৈ পুনৰায় আনিম; কিয়নো ময় বাবিলৰ ৰজাৰ যুঁৱলি ভাঙিম। [৫] তেতিয়া যিৰিমিয়া ভাববাদীয়ে যিহোৱাৰ গৃহত থিয় হৈ থকা পুৰোহিতবিলাক আৰু প্ৰজাবিলাকৰ আগত হননিয়া ভাববাদীক কথা কলে, [৬] যিৰিমিয়া ভাববাদীয়ে এই কথা কলে, আমেন, যিহোৱাই তাকেই কৰোক; বাবিলৰ পৰা এই ঠাইলৈ যিহোৱাৰ গৃহৰ বস্তুবোৰ আৰু দেশান্তৰিত হোৱা আটাইকে পুনৰায় আনিব বুলি তুমি প্ৰচাৰ কৰা সেই ভাববাণীবোৰ যিহোৱাই সিদ্ধ কৰোক। [৭] তথাপি তোমাৰ কাণত আৰু আটাই প্ৰজাৰ কাণত এই যি কথা ময় কওঁ, তাক শুনা। [৮] মোৰ আৰু তোমাৰ আগেয়ে যি প্ৰাচীন ভাববাদীবিলাক আছিল, সিবিলাকে অনেক অনেক দেশ আৰু মহৎ মহৎ ৰাজ্যৰ বিৰুদ্ধে যুদ্ধ, অমঙ্গল, আৰু মহামাৰী হব বুলি ভাববাণী প্ৰচাৰ কৰিছিল। [৯] যি ভাববাদীয়ে শান্তি হব বুলি ভাববাণী প্ৰচাৰ কৰে, সেই ভাববাদীৰ বাক্য ফলিয়ালেহে, যিহোৱাই স্বৰূপেই তেওঁক পঠোৱা হয় বুলি জনা যাব। [১০] পাছে হননিয়া ভাববাদীয়ে যিৰিমিয়া ভাববাদীৰ ডিঙিৰ পৰা যুঁৱলিখন সোলোকাই ভাঙি পেলালে। [১১] আৰু হননিয়াই আটাই প্ৰজাৰ সাক্ষাতে কলে, যিহোৱাই এই কথা কৈছে, সম্পূৰ্ণ দুই বছৰৰ ভিতৰত ময় বাবিলৰ ৰজা নবূখদ্‌নেচৰৰ যুঁৱলি এই ৰূপেই ভাঙি আটাই জাতিৰ ডিঙিৰ পৰা গুচাম; তাতে যিৰিমিয়া ভাববাদী আপোন বাটে গুচি গল। [১২] পাছে, হননিয়া ভাববাদীয়ে যিৰিমিয়া ভাববাদীৰ ডিঙিৰ পৰা যুঁৱলিখন ভাঙি গুচুৱাৰ পাছত

যিহোৱার বাক্য যিরিমিয়ালৈ আহিল, বোলে, [১৩] তুমি গৈ হনানিয়াক কোৱা, যিহোৱাই এই কথা কৈছে, তুমি কাঠর যুঁৱলি ভাঙ্গিলা হয়, কিন্তু তুমি তার সলনি লোহার যুঁৱলি যুগুত করিব লাগে। [১৪] কিয়নো ইস্রায়েলর ঈশ্বর বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, বাবিলর নবূখদনেচর রজার বন্দীকাম করিবলৈ মৱ আটাইবিলাক জাতির ডিঙিত লোহার যুঁৱলি লগালোঁ; তাতে সিবিলাকে তেওঁর বন্দীকাম করিব; আরু মৱ বনর জন্তুবোরকো তেওঁক দিলোঁ। [১৫] পাছে যিরিমিয়া ভাববাদীয়ে হনানিয়া ভাববাদীক কলে, হে হনানিয়া, শুনা; যিহোৱাই তোমাক পঠোৱা নাই, কিন্তু তুমি এই লোকবিলাকক মিছা কথাতে বিশ্বাস করাইছা। [১৬] এই হেতুকে যিহোৱাই এই কথা কৈছে, দেখা, মৱ তোমাক পৃথিবীর পরা দূর করি দিম; তুমি এই বছরর ভিতরতে মরিবা, কারণ তুমি যিহোৱার বিরুদ্ধে বিদ্রোহর কথা কলা। [১৭] পাছে হনানিয়া ভাববাদী সেই বছরর সপ্তম মাহত মরিল।

দেশান্তরিতবিলাককলৈ লিখা যিরিমিয়ার পত্র।

**২৯** যকনিয়া রজা, রাজমাও, নপুংসকবিলাক, যিহূদার আরু যিরূচালেমর প্রধান লোকবিলাক, আরু রাজমিস্ত্রি বাঢ়ৈ আদি শিল্পকারীবিলাক যিরূচালেমর পরা প্রস্থান করার পাছত, [২] যিহূদার চিদিকিয়া রজাই বাবিললৈ, বাবিলর রজা নবূখদনেচরর গুরিলৈ পঠোৱা চাফনর পুত্র ইলিয়াচার, আরু হিল্কিয়ার পুত্র গমরিয়ার হাতত, [৩] দেশান্তরলৈ নিয়া বৃদ্ধবিলাকর অৱশিষ্ট ভাগলৈ, আরু যিরূচালেমর পরা বাবিললৈ নবূখদনেচরে বন্দী করি নিয়া পুরোহিত, ভাববাদী, আরু সকলো প্রজালৈ, যিরূচালেমর পরা যিরিমিয়া ভাববাদীয়ে পঠোৱা পত্রখনর কথা এইবোর। [৪] মৱ যিরূচালেমর পরা বাবিললৈ বন্দী করি নিওৱা সকলো দেশান্তরিত লোকক, ইস্রায়েলর ঈশ্বর বাহিনীবিলাকর যিহোৱাই এই রূপে কৈছে, [৫] তোমালোকে ঘর সাজি তাত বাস করা, আরু বারী পাতি তার ফল ভোগ করা; [৬] বিয়া করি লরা-ছোৱালী জন্ম দিয়া, আরু লরা-ছোৱালী জন্মিবর নিমিত্তে তোমালোকর লরাবিলাককলৈ ছোৱালী আনা, আরু তোমালোকর জীয়েরাইতক বিয়া দিয়া; এই দরে তোমালোক তাত কম নহৈ বাঢ়ি যোৱা। [৭] আরু মৱ তোমালোকক বন্দী করি নিওৱা নগরর শান্তিলৈ চেষ্টা করা, আরু তার নিমিত্তে যিহোৱার আগত প্রার্থনা করা; কিয়নো তার শান্তিতে তোমালোকরো শান্তি হব। [৮] কারণ ইস্রায়েলর ঈশ্বর বাহিনীবিলাকর যিহোৱাই এই রূপে কৈছে, তোমালোকর মাজত থকা তোমালোকর ভাববাদী আরু মঙ্গলতীবোরে তোমালোকক নুভুলাওক, নাইবা তোমালোকর সপোনত তোমালোকক দেখুউৱা কথালৈ কাণ নিদিবা; [৯] কিয়নো সিহঁতে মিছাকৈ মোর নামেরে তোমালোকর আগত ভাববাণী প্রচার করে; যিহোৱাই কৈছে, মৱ সিহঁতক পঠোৱা নাই। [১০] কিয়নো যিহোৱাই এই রূপে কৈছে, বাবিলত থকা সত্তর বছর পূর হলে, মৱ তোমালোকর বিচার লম, আরু এই ঠাইলৈ তোমালোকক ওলোটাই আনি তোমালোককলৈ মোর মঙ্গলবাক্য সিদ্ধ করিম। [১১] কারণ, যিহোৱাই কৈছে, মৱ তোমালোকর বিষয়ে করা সঙ্কল্প মৱেই জানো; তোমালোকর শেষ-অৱস্থাত তোমালোকক আশা দিবলৈ সেয়ে মঙ্গলর সঙ্কল্প, অমঙ্গলর নহয়। [১২] আরু তেতিয়া তোমালোকে মোক মাতিবা, আরু গৈ মোর আগত প্রার্থনা করিবা; তাতে মৱ তোমালোকর কথা শুনিম। [১৩] আরু তোমালোকে সমস্ত মনেরে মোক বিচারিলে মোক বিচারি পাবা। [১৪] আরু যিহোৱাই কৈছে, মৱ তোমালোকক মোক পাবলৈ দিম, মৱ তোমালোকর বন্দী-অৱস্থা পরিবর্ত্তন করিম, আরু মৱ তোমালোকক খেদাই দিয়া সকলো জাতির আরু ঠাইর পরা তোমালোকক গোটাম, ইয়াক যিহোৱাই কৈছে; আরু যি ঠাইর পরা মৱ তোমালোকক বন্দী করি নিয়ালোঁ, সেই ঠাইলৈ পুনরায় আনিম। [১৫] তোমালোকে কৈছা, যিহোৱাই বাবিলত আমার নিমিত্তে ভাববাদীবিলাক উৎপন্ন করিলে; [১৬] এই হেতুকে তোমালোকে জানিবা, যে, দায়ূদর সিংহাসনর ওপরত বহোঁতা রজার, আরু তোমালোকে সৈতে দেশান্তরলৈ নোযোৱা তোমালোকর ভাই এই নগর-নিবাসী সকলো প্রজার বিষয়ে যিহো-

দ্বাই এই ৰূপে কৈছে, [১৭] বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা, ময় সিবিলাকৰ মাজলৈ তৰোৱাল, আকাল, আৰু মহামাৰী পঠাম; আৰু ময় সিবিলাকক, অতি বেয়াৰ কাৰণে খাব নোৱৰা যিণলগীয়া ডিমৰু গুটিৰ নিচিনা কৰিম। [১৮] ময় তৰোৱাল, আকাল আৰু মহামাৰী লৈ সিবিলাকৰ পাছে পাছে খেদিম, আৰু পৃথিবীৰ সকলো ৰাজ্যৰ মাজত সিবিলাকক ত্ৰাসৰ বিষয় কৰিম; আৰু ময় সিবিলাকক খেদাই দিয়া সকলো জাতিৰ মাজত সিবিলাকক শাও, আশ্চৰিত, ইচ ইচ, আৰু ধিক্কাৰৰ বিষয় কৰিম। [১৯] কাৰণ, যিহোৱাই কৈছে, ময় অতি প্ৰভাতে উঠি সিবিলাকৰ ওচৰলৈ মোৰ দাস ভাববাদীবিলাকৰ দ্বাৰায় পঠোৱা মোৰ বাক্যলৈ সিবিলাকে কাণ নিদিলে; যিহোৱাই কৈছে, তোমালোকে মোৰ বাক্য শুনিবলৈ ইচ্ছা নকৰিলা। [২০] এই হেতুকে যিৰূচালেমৰ পৰা বাবিললৈ ময় পঠোৱা দেশান্তৰিত হোৱা তোমালোক সকলোৱে যিহোৱাৰ বাক্য শুনা।

[২১] কোলায়াৰ পুত্ৰ যি আহাবে, আৰু মাচেয়াৰ পুত্ৰ যি চিদিকিয়াই মোৰ নামেৰে তোমালোকৰ আগত মিছা ভাববাণী প্ৰচাৰ কৰে, সিহঁতৰ বিষয়ে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে, দেখা, ময় সিহঁতক বাবিলৰ ৰজা নবূখদ্‌ৰেচৰৰ হাতত সোধাই দিম; তেওঁ তোমালোকৰ আগতে সিহঁতক বধ কৰিব। [২২] আৰু বাবিলৰ ৰজাই জুইত পোৱা চিদিকিয়া আৰু আহাবৰ নিচিনা যিহোৱাই তোমাক কৰোক বুলি কৈ, বাবিলত থকা যিহুদাৰ সকলো দেশান্তৰিত লোকে সিহঁতক দৃষ্টান্তৰ স্থল কৰি শাও দিব। [২৩] কিয়নো সিহঁতে ইস্ৰায়েলৰ মাজত অজ্ঞানতাৰ কাৰ্য্য কৰিলে, আৰু আপোন আপোন ওচৰ-চুবুৰীয়াৰ তিৰুতাত গমন কৰিলে, আৰু ময় সিহঁতক আজ্ঞা নিদিয়া বাক্য মিছাকৈয়ে মোৰ নামেৰে প্ৰচাৰ কৰিলে; যিহোৱাই কৈছে, ময়েই জানো, আৰু ময়েই সাক্ষী আছোঁ।

[২৪] তুমি নিহিলামীয়া চময়িয়াৰ বিষয়ে এই কথা কোৱা, [২৫] ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে, যিৰূচালেমত থকা সকলো লোকলৈ, আৰু মাচেয়াৰ পুত্ৰ চফনিয়া পুৰোহিত আদি সকলো পুৰোহিতলৈ তুমি নিজৰ নামেৰে পত্ৰ পঠাই কৈছা, [২৬] "যি কোনো মানুহে বলীয়া হৈ আপোনাকে ভাববাদী পাতে, সেই মানুহক কুন্দাত আৰু শিকলিত বন্ধ কৰিবলৈ, যিহোৱাৰ গৃহত অধ্যক্ষ হবৰ নিমিত্তে যিহোয়াদা পুৰোহিতৰ সলনি যিহোৱাই তোমাক পুৰোহিত নিযুক্ত কৰিলে। [২৭] এই হেতুকে অনাথোতীয়া যি যিৰিমিয়াই তোমালোকৰ আগত নিজে নিজকে ভাববাদী পাতে, সেই যিৰিমিয়াক তুমি কিয় ধম্‌কি দিয়া নাই? [২৮] কিয়নো বাবিলত থকা আমালৈ সি কৈ পঠাইছে, যে, বহুদিন হব, তোমালোকে ঘৰ সাজি তাত বাস কৰা, বাৰী পাতি তাৰ ফল ভোগ কৰা।" [২৯] চফনিয়া পুৰোহিতে সেই পত্ৰখন যিৰিমিয়া ভাববাদীয়ে শুনাকৈ পাঠ কৰিলে। [৩০] তাতে যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে, [৩১] তুমি দেশান্তৰিত হোৱা লোকবিলাকৰ আগলৈ এই কথা কৈ পঠোৱা, যিহোৱাই নিহিলামীয়া চময়িয়াৰ বিষয়ে এই কথা কৈছে, ময় চময়িয়াক নপঠোৱাকৈয়ে সি তোমালোকৰ আগত ভাববাণী প্ৰচাৰ কৰিলে, আৰু মিছা কথাত তোমালোকৰ বিশ্বাস জন্মালে। [৩২] এই হেতুকে যিহোৱাই এই কথা কৈছে, দেখা, ময় নিহিলামীয়া চময়িয়াক আৰু তাৰ বংশক দণ্ড দিম; এই জাতিবিলাকৰ মাজত বসতি কৰিবলৈ তাৰ এটী সন্তানো নেথাকিব, আৰু যিহোৱাই কৈছে, ময় আপোন প্ৰজাবিলাকৰ যি মঙ্গল কৰিম, তাক সি ভোগ কৰিবলৈ নেপাব; কাৰণ সি যিহোৱাৰ বিৰুদ্ধে বিদ্ৰোহৰ কথা কলে।

যিহুদীবিলাকলৈ যিহোৱাই কৰা প্ৰতিজ্ঞা।

**৩০** যিহোৱাৰ পৰা যিৰিমিয়ালৈ অহা বাক্য। [২] ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, ময় তোমাৰ আগত কোৱা সকলো বাক্য এখন পুথীত লিখি থোৱা; [৩] কিয়নো, যিহোৱাই কৈছে, দেখা, ময় যি দিনা মোৰ প্ৰজা ইস্ৰায়েল আৰু যিহুদাৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম, এনে দিন আহিছে, ইয়াক যিহোৱাই কৈছে, ময় সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকক দিয়া

দেশলৈ সিবিলাকক ওলোটাই আনিম, আৰু সিবিলাকে তাক অধিকাৰ কৰিব ।

৪ ইস্ৰায়েল আৰু যিহূদাৰ বিষয়ে যিহোৱাই কোৱা বাক্য এইবোৰ ; ৫ স্বৰূপেই যিহোৱাই এই ৰূপে কৈছে, আমি শান্তিজনক নোহোৱা কম্পন আৰু ভয়ৰ শবদ শুনিলোঁ । ৬ এতিয়া তোমালোকে সুধি চোৱা, পুৰুষৰ প্ৰসববেদনা হয় নে ? প্ৰসৱকাৰিণীৰ নিচিনাকৈ প্ৰত্যেক পুৰুষে কঁকালত হাত দি থকা ময় কিয় দেখিছোঁ ? আৰু আটাইবোৰৰ মুখ কিয় বিবৰ্ণ হৈছে ? ৭ হায় হায় ! সেই দিন ইমান মহৎ, যে, তাৰ নিচিনা আৰু কোনো দিন নাই ; এয়ে যাকোবৰেই সঙ্কটৰ কাল, কিন্তু তেওঁ তাৰ পৰা ৰক্ষা পাব । ৮ আৰু বাহিনীবিলাকৰ যিহোৱাই কৈছে, সেই দিনা ময় তোমাৰ ডিঙিৰ পৰা তেওঁৰ যুঁৱলি ভাঙ্গি পেলাম ; আৰু তোমাৰ যোঁত-জৰীবোৰ ছিঙি পেলাম, বিদেশীবিলাকে তেওঁক আৰু বন্দীকাম নকৰাব । ৯ কিন্তু সিবিলাকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ, আৰু ময় যি জনাক সিবিলাকৰ ওপৰত নিযুক্ত কৰিম, সিবিলাকৰ সেই ৰজা দায়ূদৰ বন্দীকাম কৰিব । ১০ এই হেতুকে, যিহোৱাই কৈছে, হে মোৰ দাস যাকোব, ভয় নকৰিবা ; হে ইস্ৰায়েল, ব্যাকুল নহবা ; কিয়নো দেখা, ময় দূৰৰ পৰা তোমাক, আৰু বন্দী-অৱস্থাত থকা দেশৰ পৰা তোমাৰ বংশক নিস্তাৰ কৰিম ; তাতে যাকোব ঘূৰি আহি নিৰ্ভয় আৰু নিশ্চিন্ত হৈ থাকিব, কোনেও তেওঁক ভয় নেদেখুৱাব । ১১ কিয়নো, যিহোৱাই কৈছে, ময় তোমাক ৰক্ষা কৰিবলৈ তোমাৰ লগত আছোঁ ; কাৰণ, ময় যি জাতিৰ মাজলৈ তোমাক ছিন্নভিন্ন কৰিলোঁ, সেই আটাই জাতিক ময় নিঃশেষে সংহাৰ কৰিলেও, তোমাক নিঃশেষে সংহাৰ নকৰিম ; কিন্তু তোমাক সুবিচাৰেৰে শাস্তি দিম, তোমাক কোনোমতেই দণ্ড নিদিয়াকৈ নেৰোঁ ।

১২ কিয়নো যিহোৱাই এই কথা কৈছে, তোমাৰ ক্ষত চিকিৎসাৰ বাহিৰ, আৰু তোমাৰ ঘা কষ্টদায়ক ; ১৩ তোমাক আৰোগ্য কৰিবলৈ কোনেও গাত নলয়, তোমাৰ ঘা সুস্থ কৰিব পৰা কোনো ঔষধ নাই । ১৪ তোমাৰ প্ৰেমকাৰী সকলোৱে তোমাক পাহৰিলে, সিহঁতে তোমাক নিবিচাৰে ; কিয়নো তোমাৰ অপৰাধৰ বাহুল্যৰ নিমিত্তে, তোমাৰ পাপৰ বৃদ্ধিৰ কাৰণে, শত্ৰুৱে আঘাত কৰাৰ দৰে ময় তোমাক আঘাত কৰিলোঁ, নিষ্ঠুৰ লোকে শাস্তি দিয়াৰ দৰে শাস্তি দিলোঁ । ১৫ তোমাৰ ক্ষতৰ কাৰণে তুমি কিয় চিঞৰিছা ? তোমাৰ বেদনা উপশম হব নোৱাৰা ; তোমাৰ অপৰাধৰ বাহুল্যৰ নিমিত্তে তোমাৰ পাপৰ বৃদ্ধিৰ কাৰণে, ময় তোমালৈ এইবোৰ কৰিলোঁ । ১৬ এই হেতুকে তোমাক গ্ৰাস কৰোঁতা সকলোকে গ্ৰাস কৰা হব, আৰু তোমাৰ আটাই শত্ৰুবোৰৰ প্ৰত্যেকে বন্দী-অৱস্থালৈ যাব, তোমাৰ লুটকাৰীবোৰ লুটৰ বিষয় হব, আৰু তোমাক চিকাৰ কৰোঁতা আটাইকে ময় চিকাৰস্বৰূপে দিম । ১৭ কিয়নো, যিহোৱাই কৈছে, ময় তোমাক পুনৰায় আৰোগ্য কৰিম, আৰু তোমাৰ ঘাবোৰ সুস্থ কৰিম ; কাৰণ কোনো মানুহে নিবিচৰা এয়ে চিয়োন বুলি কৈ লোকে তোমাক সমাজভ্ৰষ্টা বোলে । ১৮ যিহোৱাই এই কথা কৈছে, দেখা, ময় যাকোবৰ তাম্বুবোৰৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম, আৰু তেওঁৰ বাসস্থানবোৰলৈ কৃপা কৰিম ; আৰু নগৰখন আপোন উপপৰ্ব্বতৰ ওপৰত পুনৰায় সজা হব, আৰু ৰাজগৃহত ৰীতিমতে মানুহৰ বসতি হব । ১৯ আৰু সেইবোৰৰ পৰা স্তুতিগান আৰু আমোদকাৰীবিলাকৰ ধ্বনি উঠিব ; ময় সিবিলাকক বৃদ্ধি কৰিম, তাতে সিবিলাক কম নহব ; ময় সিবিলাকক গৌৰৱযুক্তও কৰিম, তাতে সিবিলাক সামান্য নহব । ২০ সিবিলাকৰ সন্তান-সন্ততিবিলাক আগৰ দৰে হব, সিবিলাকৰ মণ্ডলী মোৰ আগত স্থাপিত হব, আৰু ময় সিবিলাকৰ উপদ্ৰৱকাৰী সকলোকে দণ্ড দিম । ২১ সিবিলাকৰ অধিপতি সিবিলাকৰ ভিতৰৰে হব, আৰু সিবিলাকৰ শাসনকৰ্ত্তা সিবিলাকৰ মাজৰ পৰা ওলাব ; আৰু ময় তেওঁক মোৰ ওচৰ চপাম, তাতে তেওঁ মোৰ ওচৰ চাপিব ; কিয়নো, যিহোৱাই কৈছে, মোৰ ওচৰলৈ আহিবলৈ কাৰ সাহ আছে ? ২২ আৰু তোমালোক মোৰ প্ৰজা হবা, আৰু ময় তোমালোকৰ ঈশ্বৰ হম ।

২৩ সৌৱা দেখা, যিহোৱাৰ প্ৰচণ্ড ক্ৰোধৰূপ ধুমুহা, এনে কি, উড়ুৱাই নিয়া প্ৰবল বতাহ

আহিছে ; সেয়ে তুষ্টবোৰৰ মূৰত কোবেৰে লাগিব। [২৪] যিহোৱাই আপোন কাৰ্য্য নিষ্পত্তি নকৰালৈকে, আৰু আপোন মনৰ অভিপ্ৰায় সিদ্ধ নকৰালৈকে তেওঁৰ প্ৰচণ্ড ক্ৰোধ নেথামিব ; তোমালোকে শেষ কালত তাক বুজিবা।

**৩১** যিহোৱাই কৈছে, সেই সময়ত ময় ইস্ৰায়েলৰ আটাই গোষ্ঠীৰ ঈশ্বৰ হম, আৰু সিবিলাক মোৰ প্ৰজা হব। [২] যিহোৱাই এই কথা কৈছে, ময় ইস্ৰায়েলক বিশ্ৰাম দিবলৈ গমন কৰা কালত, তৰোৱালৰ পৰা ৰক্ষা পোৱা জাতি ইস্ৰায়েলে অৰণ্যত কৃপা পালে। [৩] যিহোৱাই দূৰৈৰ পৰা দৰ্শন দি মোক কলে, স্বৰূপেই ময় চিৰস্থায়ী প্ৰেমেৰে তোমাক প্ৰেম কৰোঁ ; এই নিমিত্তে ময় তোমাক বহুকালৰে পৰা দয়া কৰি আহিছোঁ। [৪] হে কুমাৰী ইস্ৰায়েল, ময় তোমাক পুনৰায় নিৰ্ম্মাণ কৰিম, তাতে তুমি নিৰ্ম্মিত হবা ; তুমি তোমাৰ খঞ্জৰিৰে পুনৰায় ভূষিতা হবা, আৰু আমোদকাৰীবিলাকৰ লগত নাচিবাগি ওলাই যাবা। [৫] তুমি চমৰিয়াৰ পৰ্ব্বতবোৰত পুনৰায় দ্ৰাক্ষাবাৰী পাতিবা ; ৰোওঁতাবিলাকে ৰুব, আৰু তাৰ ফল ভোগ কৰিব। [৬] কিয়নো, তোমালোক উঠা, বলা, আমাৰ ঈশ্বৰ যিহোৱাৰ গুৰিলৈ চিয়োনলৈ যাওঁহঁক, এই বুলি ইফ্ৰয়িমৰ পৰ্ব্বতত প্ৰহৰীবিলাকে চিঞৰা দিন আহিব। [৭] কাৰণ যিহোৱাই এই কথা কৈছে, তোমালোকে যাকোবৰ নিমিত্তে আনন্দেৰে গীত গোৱা, আৰু জাতিবিলাকৰ আগে আগে যোৱাবিলাকৰ নিমিত্তে জয়ধ্বনি কৰা, প্ৰচাৰ কৰা, প্ৰশংসা কৰা, আৰু কোৱা, হে যিহোৱা, তোমাৰ প্ৰজা ইস্ৰায়েলৰ অৱশিষ্ট ভাগক ৰক্ষা কৰা। [৮] দেখা, ময় সিবিলাকক উত্তৰ দেশৰ পৰা আনিম, ময় পৃথিবীৰ অন্তভাগৰ পৰা সিবিলাকক, আৰু সিবিলাকে সৈতে অন্ধকক, খোৰাক, গৰ্ভৱতী আৰু গৰ্ভবেদনা পোৱা তিৰুতাক একেলগে গোটাম ; সিবিলাক বড় এদল হৈ এই ঠাইলৈ উলটি আহিব। [৯] সিবিলাকে ক্ৰন্দন কৰি কৰি আহিব, আৰু বিনয় কৰা অৱস্থাৰে ময় সিবিলাকক চলাম ; ময় সিবিলাকক উজুটি নোখোৱা পোন বাটেদি জুৰীৰ ওচৰেদি গমন কৰাম ; কিয়নো ময় ইস্ৰায়েলৰ পিতৃ, আৰু ইফ্ৰয়িম মোৰ জ্যেষ্ঠ পুত্ৰ।

[১০] হে জাতিবিলাক, যিহোৱাৰ বাক্য শুনা, আৰু দূৰত থকা দ্বীপবোৰত তাক প্ৰচাৰ কৰা, আৰু কোৱা, যি জনাই ইস্ৰায়েলক ছিন্নভিন্ন কৰিলে, তেৱেঁই তাক গোটাব, আৰু ৰখীয়াই নিজৰ জাকক ৰখাৰ দৰে তেওঁ তাক ৰাখিব। [১১] কিয়নো যিহোৱাই যাকোবক মোকোলালে, আৰু তাতকৈ অধিক বলৱান জনৰ হাতৰ পৰা তাক মুক্ত কৰিলে। [১২] সিবিলাকে আহি চিয়োনৰ উচ্চস্থানত গান কৰিব, আৰু যিহোৱাৰ উত্তম বস্তুলৈ, ঘেহু, দ্ৰাক্ষাৰস, তেল, মেৰ পোৱালি, আৰু দামুৰিৰ গুৰিলৈ, পানীৰ সোঁত বোৱাদি বব, আৰু সিবিলাকৰ প্ৰাণ পানী দিয়া উদ্যানৰ নিচিনা হব ; সিবিলাকে আৰু সমূলি শোক নকৰিব। [১৩] তেতিয়া যুৱতীয়ে নাচত আনন্দ কৰিব, ডেকা আৰু বুঢ়া লোকে একেলগে আনন্দ কৰিব ; কিয়নো ময় সিবিলাকৰ বিলাপ হৰ্ষলৈ পৰিবৰ্ত্তন কৰিম, সিবিলাকক সান্ত্বনা দিম, আৰু সিবিলাকক আনন্দিত কৰি সিবিলাকৰ শোক গুচাম। [১৪] আৰু ময় পুষ্টিকৰ দ্ৰব্যেৰে পুৰোহিতবিলাকৰ মন তৃপ্ত কৰিম, আৰু মোৰ উত্তম বস্তুৰে মোৰ প্ৰজাবিলাকৰ হেপাহ পলোওৱা যাব, এয়ে যিহোৱাৰ বচন।

[১৫] যিহোৱাই এই কথা কৈছে, ৰামাত বিলাপৰ আৰু বড়কৈ কন্দাৰ শবদ শুনা গৈছে, ৰাহেলে আপোনাৰ সন্তানবিলাকৰ নিমিত্তে ক্ৰন্দন কৰিছে ; তেওঁ আপোন সন্তানবিলাকৰ বিষয়ে সান্ত্বনা দিয়া কথা নেমানে, কিয়নো সিবিলাক নাই। [১৬] যিহোৱাই এই কথা কৈছে, তুমি ক্ৰন্দন কৰিবলৈ, আৰু চকু-লো বোৱাবলৈ এৰা ; কিয়নো, যিহোৱাই কৈছে, তোমাৰ কাৰ্য্যৰ পুৰস্কাৰ দিয়া যাব, আৰু সিবিলাক শত্ৰুৰ দেশৰ পৰা পুনৰায় আহিব। [১৭] তোমাৰ শেষ-অৱস্থাৰ বিষয়ে আশা আছে, এয়ে যিহোৱাৰ বচন ; আৰু তোমাৰ সন্তানবিলাক আপোনাবিলাকৰ অঞ্চললৈ আহিব। [১৮] "যুঁৱলিত অভ্যাস নোহোৱা দামুৰি পোৱালিৰ নিচিনাকৈ তুমি মোক শাস্তি দিলা, আৰু ময় শাস্তি ভোগ কৰিলোঁ ; তুমি মোক ঘূৰুউৱা, তাতে ময় ঘূৰিম, কিয়নো তুমিয়েই মোৰ ঈশ্বৰ যিহোৱা। [১৯] নিশ্চয়ে ময় ঘূৰাৰ পাছতে ময় মন পালটালোঁ,

আৰু মই শিক্ষা পোৱাৰ পাছতে মোৰ কৰঙনত চপৰিয়ালোঁ ; মোৰ ডেকা কালৰ অপমান ভাৰ বোৱাৰ কাৰণে মই লাজ পালোঁ, এনে কি, বিবৰ্ণ হলোঁ," এই বুলি কৈ ইফ্ৰয়িমে খেদ কৰা মই স্বৰূপেই শুনিলোঁ। ২০ ইফ্ৰয়িম মোৰ প্ৰিয় পুত্ৰ নহয় নে ? সি মৰমৰ লৰা নহয় নে ? কিয়নো যিমান্‌বাৰ মই তাৰ অহিতে কথা কওঁ, সিমান্‌বাৰ পুনৰায় তাক আগ্ৰহেৰে সোঁৱৰণ কৰোঁ ; এই নিমিত্তে তাৰ কাৰণে মোৰ পেট পোৰে, অৱশ্যে মই তাক দয়া কৰিম, এয়ে যিহোৱাৰ বচন।

২১ তুমি ঠায়ে ঠায়ে নিজৰ নিমিত্তে বাটৰ চিন ৰাখা, আপোনাৰ বাট দেখুউৱা খুঁটা স্থাপন কৰা ; তুমি যি ৰাজবাটেদি গৈছিলা, তাক মনত ৰাখা ; হে কুমাৰী ইস্ৰায়েল, ওলোটা, পুনৰায় তোমাৰ এই নগৰবোৰলৈ উলটি আহাঁ। ২২ হে বিপথগামিনী জীয়াৰী, কিমান কাল ইফাল সিফাল কৰি থাকিবা ? কাৰণ যিহোৱাই পৃথিবীত এটা নতুন কথা সৃষ্টি কৰিলে, এজনী তিৰুতাই এজন পুৰুষক আবৰি ধৰিব।

২৩ ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, মই যেতিয়া এই লোকবিলাকৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম, তেতিয়া লোকবিলাকে যিহূদা দেশত আৰু তাৰ নগৰবোৰত পুনৰায় এই কথা কব, হে ধৰ্ম্মনিবাস, হে পবিত্ৰ পৰ্ব্বত, যিহোৱাই তোমাক আশীৰ্ব্বাদ কৰোক। ২৪ যিহূদা আৰু তাৰ সকলো নগৰবোৰে, খেতিয়কবিলাক আৰু মেৰৰ জাক লৈ ফুৰোঁতাবিলাকে একেলগে তাত বাস কৰিব। ২৫ কিয়নো মই ভাগৰুৱাৰ প্ৰাণ জুৰালোঁ, আৰু প্ৰত্যেক দুঃখিত প্ৰাণক পৰিতৃপ্ত কৰিলোঁ। ২৬ ইয়াতে মই সাৰ পাই চালোঁ ; আৰু মোৰ নিদ্ৰা মোলৈ সুখদায়ক আছিল। ২৭ যিহোৱাই কৈছে, দেখা, এনে কোনো দিন আহিছে, যে, সেই দিনা মই ইস্ৰায়েল আৰু যিহূদা বংশত মানুহ আৰু পশুস্বৰূপ গুটি বম। ২৮ মই সিবিলাকক উঘালিবলৈ, ভাঙিবলৈ, নিপাত কৰিবলৈ, বিনষ্ট কৰিবলৈ, আৰু দুঃখ দিবলৈ সিবিলাকৰ পক্ষে যেনেকৈ জাগি আছিলোঁ, সিবিলাকক সাজিবলৈ আৰু ৰুবলৈ সেই দৰে সিবিলাকৰ পক্ষে জাগি থাকিম, ইয়াক যিহোৱাই কৈছে। ২৯ বাপেকহঁতে টেঙা দ্ৰাক্ষাগুটি খালে, তাতে পুতেকহঁতৰ দাঁত টেঙালে, সেই দিনা লোকবিলাকে এনে কথা আৰু নকব। ৩০ কিন্তু প্ৰতিজনে আপোন আপোন অপৰাধৰ কাৰণে মৰিব ; যি মানুহে টেঙা দ্ৰাক্ষাগুটি খাব, তাৰেইহে দাঁত টেঙাব।

৩১ যিহোৱাই কৈছে, দেখা, এনে কোনো দিন আহিছে, যে, সেই দিনা মই ইস্ৰায়েল-বংশ আৰু যিহূদা-বংশই সৈতে এটী নতুন নিয়ম স্থাপন কৰিম। ৩২ যিহোৱাই কৈছে, মই সিবিলাকৰ স্বামী থকাতো মোৰ যি নিয়মটী সিবিলাকে ভাঙিছিল, মিচৰ দেশৰ পৰা উলিয়াই আনিবলৈ সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকৰ হাত ধৰিবৰ দিনা সিবিলাকে সৈতে কৰা সেই নিয়মটী অনুসাৰে নহয়। ৩৩ কিন্তু, যিহোৱাই কৈছে, সেই দিনৰ পাছে ইস্ৰায়েল-বংশৰ লগত মই যি নিয়ম কৰিম, সেই নিয়মটী এই, মই সিবিলাকৰ অন্তৰত মোৰ ব্যৱস্থা স্থাপন কৰিম, আৰু সিবিলাকৰ হৃদয়ত তাক লিখিম ; মই সিবিলাকৰ ঈশ্বৰ হম, আৰু সিবিলাক মোৰ প্ৰজা হব। ৩৪ যিহোৱাক জানা, এই কথা কৈ সিবিলাক প্ৰতিজনে আপোন আপোন ওচৰ-চুবুৰীয়াক, আৰু প্ৰতিজনে আপোন আপোন ভাইক আৰু শিক্ষা নিদিব ; কাৰণ, যিহোৱাই কৈছে, বড়ৰ পৰা সৰুলৈকে সকলোৱে মোক জানিব, কিয়নো মই সিবিলাকৰ অপৰাধ ক্ষমা কৰিম, আৰু সিবিলাকৰ পাপ মই আৰু নুসুঁৱৰিম। ৩৫ যি জনাই দিনৰ পোহৰৰ নিমিত্তে সূৰ্য্য, আৰু ৰাতিৰ পোহৰৰ নিমিত্তে চন্দ্ৰ আৰু তৰাবোৰৰ নিয়ম স্থাপন কৰে, যি জনাই সাগৰৰ ঢৌৰে গৰ্জ্জন কৰাকৈ সমুদ্ৰক আস্ফালন কৰায়, বাহিনীবিলাকৰ যিহোৱা নামেৰে প্ৰখ্যাত হোৱা সেই যিহোৱাই এই ৰূপে কৈছে। ৩৬ যিহোৱাই কৈছে, যদি এই নিয়মবোৰ মোৰ আগৰ পৰা গুচে, তেন্তে ইস্ৰায়েল বংশও চিৰকালৰ নিমিত্তে মোৰ আগত এক জাতি হোৱাৰ পৰা স্থগিত হব। ৩৭ যিহোৱাই এই কথা কৈছে, যদি ওপৰত আকাশ-মণ্ডলক জুখিব পাৰি, আৰু তলত পৃথিবীৰ মূলবোৰৰ অনুসন্ধান কৰিব পাৰি, তেনে হলে ইস্ৰায়েলে কৰা সকলো

কৰ্ম্মৰ নিমিত্তে মযো গোটেই ইস্ৰায়েল-বংশক দূৰ কৰিম, এয়ে যিহোৱাৰ বচন। [৩৮] যিহোৱাই কৈছে, দেখা, এনে কোনো দিন আহিছে, যে, সেই দিনা যিহোৱাৰ উদ্দেশে হননেলৰ কোঁঠৰ পৰা চুকৰ দুৱাৰলৈকে নগৰখন সজা হব। [৩৯] আৰু পৰিমাণজৰী গাৰেব পৰ্ব্বতলৈকে পোনে পোনে টনা যাব ; আৰু ঘুৰি গোৱালৈ আহিব। [৪০] আৰু মৰা শৱ আৰু ছাই পেলোৱা গোটেই উপত্যকা, আৰু কিদ্ৰোণ জুৰীলৈকে সকলো মুকলি ঠাই পুবফালে থকা অশ্ব-দুৱাৰৰ চুকলৈকে যিহোৱাৰ উদ্দেশে পবিত্ৰ হব ; তাক চিৰকালৰ নিমিত্তে আৰু উঘলা বা নিপাত কৰা নহব।

যিৰিমিয়াই কিনি লোৱা এডোখৰ
মাটিৰ উপমা।

**৩২** যিহূদাৰ চিদিকিয়া ৰজাৰ ৰাজত্বৰ দশম বছৰত, অৰ্থাৎ নবূখদ্‌নেচৰৰ ৰাজত্বৰ অষ্টাদশ বছৰত যিহোৱাৰ পৰা যি বাক্য যিৰিমিয়াৰ ওচৰলৈ আহিছিল, তাৰ বিষয়। [২] সেই সময়ত বাবিলৰ ৰজাৰ সৈন্যসামন্তই যিৰূচালেম অৱৰোধ কৰিছিল ; আৰু যিৰিমিয়া ভাববাদী যিহূদাৰ ৰাজগৃহৰ প্ৰহৰীৰ চোঁতালত বন্ধ আছিল। [৩] কিয়নো যিহূদাৰ ৰজা চিদিকিয়াই তেওঁক বন্ধ কৰি থৈ কৈছিল, "যিহোৱাই এই ৰূপে কৈছে, দেখা,ময় এই নগৰখন বাবিলৰ ৰজাৰ হাতত সমৰ্পণ কৰিম, আৰু তেওঁ তাক হাত কৰি লব ; [৪] আৰু যিহূদাৰ ৰজা চিদিকিয়া কল্‌দীয়াইঁতৰ হাতৰ পৰা নেসাৰিব, কিন্তু অৱশ্যে তেওঁক বাবিলৰ ৰজাৰ হাতত সোধাই দিয়া হব, আৰু তেওঁ সম্মুখাসম্মুখি হৈ তেওঁৰ লগত কথা হব, আৰু চকুৱে চকুৱে দেখাদেখি হব ; [৫] আৰু তেওঁ চিদিকিয়াক বাবিললৈ লৈ যাব, আৰু ময় তেওঁৰ বিচাৰ নকৰালৈকে তাতেই তেওঁ থাকিব, এয়ে যিহোৱাৰ বচন। তোমালোকে যদিও কল্‌দীয়াইঁতে সৈতে ৰণ কৰিছা, তথাপি কৃতকাৰ্য্য নহবা।" এই বুলি তুমি কিয় ভাববাণী প্ৰচাৰ কৰিছা ?

[৬] যিৰিমিয়াই কলে, মোৰ ওচৰলৈ যিহোৱাৰ এই বাক্য আহিল, বোলে, [৭] দেখা, তোমাৰ দদায়েৰা চল্লূমৰ পুত্ৰ হনমেলে তোমাৰ ওচৰলৈ আহি এই কথা কব, অনাথোত্তত থকা মোৰ শস্যক্ষেত্ৰখন তুমি নিজৰ নিমিত্তে কিনি লোৱা ; কিয়নো তাক কিনি মোকোলাবলৈ তোমাৰ স্বত্ব আছে। [৮] পাছে যিহোৱাৰ বাক্য অনুসাৰে মোৰ দদাইৰ পুতেক হনমেলে প্ৰহৰীৰ চোঁতাললৈ মোৰ ওচৰলৈ আহি কলে, ময় বিনয় কৰোঁ, বিন্যামীন প্ৰদেশৰ অনাথোত্তত থকা মোৰ শস্যক্ষেত্ৰখন তুমি কিনি লোৱা ; কিয়নো উত্তৰাধিকাৰ আৰু মোকোলাবৰ স্বত্ব তোমাৰ ; তুমি নিজৰ নিমিত্তে তাক কিনি লোৱা। তেতিয়া, এয়ে যে যিহোৱাৰ বাক্য, তাক ময় জানিলোঁ। [৯] এই হেতুকে ময় আপোন দদাইৰ পুতেক হনমেলৰ পৰা অনাথোত্তত থকা শস্যক্ষেত্ৰখন কিনি লৈ তাৰ ধন সোতেৰ চেকল ৰূপ জুখি তেওঁক দিলোঁ। [১০] ময় দলিলত চহি দিলোঁ, মোহৰ মাৰি বন্ধ কৰিলোঁ, সাক্ষী মাতিলোঁ, আৰু তৰ্জুত ধন জুখি তেওঁক দিলোঁ। [১১] এই দৰে মাটিৰ বৰ্ণনা আৰু নিয়ম থকা খৰিদা দলিল দুখন, অৰ্থাৎ মোহৰ মাৰি বন্ধ কৰা আৰু খোলা এই দুয়োখন ললোঁ। [১২] তাৰ পাছে মোৰ দদাইৰ পুতেক হনমেলৰ আগত, খৰিদা দলিলত চহি দিয়া সাক্ষীবোৰৰ আগত, আৰু প্ৰহৰীৰ চোঁতালত বহি থকা আটাই যিহূদী লোকৰ আগত ময় সেই খৰিদা দলিলখন মহচেয়াৰ নাতিয়েক নেৰিয়াৰ পুত্ৰ বাৰূকৰ হাতত গতাই দিলোঁ। [১৩] আৰু সিবিলাকৰ আগতে বাৰূকক এই আজ্ঞা কৰিলোঁ, [১৪] ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, তুমি মোহৰ মাৰি বন্ধ কৰা এই খৰিদা দলিলখন আৰু এই খোলা দলিলখন, দুয়োখন লৈ বহুদিনলৈ থাকিবৰ নিমিত্তে এক মাটিৰ পাত্ৰত থোৱা। [১৫] কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, ঘৰ, শস্যক্ষেত্ৰ, আৰু দ্ৰাক্ষাবাৰী এই দেশত পুনৰায় কিনা যাব।

[১৬] নেৰিয়াৰ পুত্ৰ বাৰূকক সেই খৰিদা দলিলখন দিয়াৰ পাছে ময় যিহোৱাৰ আগত এই প্ৰাৰ্থনা কৰিলোঁ, [১৭] হে প্ৰভু যিহোৱা, দেখা, তুমিয়েই আপোন মহাশক্তিৰে আৰু মেলা বাহুৰে আকাশ-মণ্ডল আৰু পৃথিবী নিৰ্ম্মাণ কৰিলা, তোমাৰ অসাধ্য একোৱেই নাই ; [১৮] তুমি

হাজার হাজার লোকলৈ দয়া প্ৰকাশ কৰোঁতা, আৰু পূৰ্ব্বপুৰুষবিলাকৰ অপৰাধৰ প্ৰতিফল সিবিলাকৰ পাছত হোৱা সিবিলাকৰ সন্তান-সন্ততিৰ বুকুত দিওঁতা মহান পৰাক্ৰমী ঈশ্বৰ; বাহিনীবিলাকৰ যিহোৱা তেওঁৰ নাম। [১৯] তুমি মন্ত্ৰণাত মহান, আৰু কাৰ্য্যত শ্ৰেষ্ঠ; প্ৰতিজনৰ আচাৰ-ব্যৱহাৰ আৰু কাৰ্য্যৰ ফল অনুসাৰে প্ৰতিফল দিবলৈ মনুষ্যসন্তানবিলাকৰ আটাই আচাৰ-ব্যৱহাৰৰ ওপৰত তোমাৰ চকু মেলা আছে। [২০] তুমি মিচৰ দেশত নানা চিন আৰু অদ্ভুত লক্ষণ দেখুৱাইছিলা, আজিলৈকো ইস্ৰায়েল আৰু আন আন লোকবিলাকৰ মাজত কৰি আহিছা; তুমি নিজৰ নিমিত্তে আজিৰ নিচিনাকৈ নাম প্ৰখ্যাত কৰিলা। [২১] তুমি নানা চিন আৰু অদ্ভুত লক্ষণ, বলী হাত, মেলা বাহু, আৰু মহাভয়ানকতাৰে আপোন প্ৰজা ইস্ৰায়েল লোকবিলাকক মিচৰ দেশৰ পৰা উলিয়াই আনিছিলা; [২২] আৰু দুগ্ধ মধু বৈ যোৱা যি দেশ সিবিলাকক দিম বুলি তুমি সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকৰ আগত শপথ কৰিছিলা, সেই দেশ তুমি সিবিলাকক দিলা। [২৩] আৰু সিবিলাকে সোমাই তাক অধিকাৰ কৰিলে; কিন্তু সিবিলাকে তোমাৰ বাক্য পালন নকৰিলে, বা তোমাৰ ব্যৱস্থাত নচলিলে, আৰু তুমি সিবিলাকক যি যি কাৰ্য্য কৰিবলৈ আজ্ঞা দিলা, সেইবোৰৰ একোকে সিবিলাকে নকৰিলে; এই নিমিত্তে তুমি সিবিলাকলৈ এই সকলো আপদ ঘটালা। [২৪] দেখা, নগৰখন লবৰ উদ্দেশ্যেৰে সোৱা হাদামবোৰ ওচৰ পালেহি; তৰোৱাল, আকাল, আৰু মহামাৰীৰ কাৰণে এই নগৰখন তাৰ অহিতে যুদ্ধ কৰা কল্‌দীয়াইঁতৰ হাতত সমৰ্পণ কৰা হৈছে, আৰু তুমি কোৱা কথা ঘটিল; আৰু দেখা, তুমি তাক দেখিছা। [২৫] আৰু হে প্ৰভু যিহোৱা, ধন দি শস্যক্ষেত্ৰ কিনা, আৰু সাক্ষী মাতা, এই বুলি তুমি মোক কলা; অথচ এই নগৰখন কল্‌দীয়াবিলাকৰ হাতত সোধাই দিয়া হৈছে।

[২৬] তেতিয়া যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে, [২৭] দেখা,ময়েই যিহোৱা, সকলো মৰ্ত্ত্যৰেই ঈশ্বৰ; মোৰ অসাধ্য জানো কিবা আছে?

[২৮] এই হেতুকে যিহোৱাই এই কথা কৈছে, দেখা,ময় কল্‌দীয়াইঁতৰ, আৰু বাবিলৰ ৰজা নবূখদ্‌ৰেচৰৰ হাতত এই নগৰখন সমৰ্পণ কৰিম; তাতে তেওঁ তাক হাত কৰি লব। [২৯] আৰু এই নগৰখনৰ বিৰুদ্ধে যি কল্‌দীয়াইঁতে যুদ্ধ কৰিছে, সিহঁতে আহি এই নগৰত জুই লগাই, মোক বেজাৰ দিবৰ নিমিত্তে যি ঘৰবোৰৰ চালত, সিবিলাকে বালৰ উদ্দেশে ধূপ উৎসৰ্গ কৰে, আৰু ইতৰ দেৱতাৰ উদ্দেশে পেয় নৈবেদ্য ঢালে, সেইবোৰ ঘৰে সৈতে ইয়াক পুৰিব। [৩০] কিয়নো ইস্ৰায়েলৰ সন্তানবিলাকে আৰু যিহুদাৰ সন্তানবিলাকে লৰা কালৰে পৰা মোৰ সাক্ষাতে কেৱল কুকৰ্ম্মহে কৰি আহিছে, কাৰণ, যিহোৱাই কৈছে, ইস্ৰায়েলৰ সন্তানবিলাকে আপোন আপোন হাতৰ কাৰ্য্যেৰে কেৱল মোক বেজাৰহে দিছে। [৩১] কিয়নো, ইস্ৰায়েলৰ সন্তানবিলাকে আৰু যিহুদাৰ সন্তানবিলাকে, সিবিলাকৰ ৰজা, প্ৰধান লোক, পুৰোহিত, ভাববাদীবিলাক, যিহুদাৰ লোক, আৰু যিৰূচালেম-নিবাসীবিলাকে মোক বেজাৰ দিবৰ অৰ্থে কৰা সিবিলাকৰ সকলো দুষ্কৰ্ম্মৰ কাৰণে, [৩২] মোৰ আগৰ পৰা মই এই নগৰখন দূৰ কৰিবলৈ, সিবিলাকে ইয়াক সজা দিনৰে পৰা আজিলৈকে, ই মোৰ পক্ষে মোৰ ক্ৰোধ আৰু কোপৰ কাৰণ হৈ আহিছে। [৩৩] আৰু সিবিলাকে মোলৈ মুখ নিদি পিঠি দিলে। আৰু যদিও মই প্ৰভাতে উঠি সিবিলাকক শিক্ষা দিছিলোঁ, তথাপি সিবিলাকে মোৰ শিক্ষা গ্ৰহণ কৰিবলৈ কাণ নিদিলে। [৩৪] কিন্তু মোৰ নামেৰে প্ৰখ্যাত হোৱা গৃহটো অশুচি কৰিবৰ অৰ্থে সিবিলাকে তাৰ ভিতৰত সিবিলাকৰ ঘৃণনীয় বস্তুবোৰ ৰাখিলে। [৩৫] আৰু মোলকৰ উদ্দেশে আপোন আপোন পো-জীবোৰক জুইৰ মাজেদি গমন কৰাবলৈ, সিবিলাকে হিন্নোমৰ পুতেকৰ উপত্যকাত থকা বালৰ ওখ ঠাইবোৰ সাজিলে; যিহুদাক পাপ কৰাবলৈ সিবিলাকে সেই ঘিণলগীয়া কাৰ্য্য কৰিবৰ নিমিত্তে মই আজ্ঞা কৰা নাছিলোঁ, আৰু মোৰ মনত উদয়ো হোৱা নাছিল।

[৩৬] এই হেতুকে, এতিয়া তোমালোকে যি নগৰৰ বিষয়ে কৈছা, বোলে, তৰোৱাল, আকাল, আৰু মহামাৰীৰ দ্বাৰায় এই নগৰখন বাবিলৰ

ৰজাৰ হাতত সোধাই দিয়া হৈছে, তাৰ বিষয়ে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, ৩৭ দেখা, মই আপোন ক্ৰোধ, কোপ, আৰু মহা-ৰোষত সিবিলাকক যি যি দেশলৈ খেদাই-ছিলোঁ, সেই সেই দেশৰ পৰা সিবিলাকক চপাম, আৰু পুনৰায় এই ঠাইলৈ আনি নিৰাপদে বাস কৰাম; ৩৮ তাতে সিবিলাক মোৰ প্ৰজা হব, আৰু মই সিবিলাকৰ ঈশ্বৰ হম। ৩৯ সিবিলাকে চিৰকাললৈকে মোক ভয় কৰিবৰ নিমিত্তে সিবিলাকৰ আৰু সিবিলাকৰ পাছৰ সন্তান-বিলাকৰ মঙ্গলৰ অৰ্থে সিবিলাকক এক চিত্ত আৰু এক পথ দিম। ৪০ সিবিলাকৰ মঙ্গল কৰিবলৈ, মই যে সিবিলাকৰ পৰা নুঘুৰিম, সিবিলাকে সৈতে মই এনে চিৰস্থায়ী নিয়ম স্থাপন কৰিম; আৰু সিবিলাক মোৰ পৰা আঁতৰ নহবৰ নিমিত্তে, সিবিলাকৰ মনত মোৰ বিষয়ৰ ভয় স্থাপন কৰিম। ৪১ এনে কি, সিবিলাকৰ মঙ্গল কৰিবলৈ মই সিবিলাকত আনন্দ কৰিম; আৰু নিশ্চয়ে সমস্ত মনেৰে ও সমস্ত প্ৰাণেৰে মই সিবিলাকক এই দেশত ৰুম। ৪২ কিয়নো যিহোৱাই এই কথা কৈছে, মই এই লোক-বিলাকলৈ যেনেকৈ এই সকলো মহা-আপদ ঘটালোঁ, তেনেকৈ মই সিবিলাকলৈ প্ৰতিজ্ঞা কৰা আটাই মঙ্গলো ঘটাম। ৪৩ আৰু এই যি দেশৰ বিষয়ে, ই মনুষ্য আৰু পশুশূন্য ধ্বংস-স্থান, ইয়াক কল্‌দীয়াহঁতৰ হাতত সমৰ্পণ কৰা হৈছে, এই বুলি তোমালোকে কৈছা, এই দেশত শস্যক্ষেত্ৰ কিনা হব। ৪৪ বিন্যামীন প্ৰদেশত, যিৰূচালেমৰ চাৰিওকালে থকা ঠাইত, আৰু যিহুদাৰ পৰ্ব্বতীয়া অঞ্চলৰ নিম্ন-ভূমিৰ, আৰু দক্ষিণ অঞ্চলৰ নগৰবোৰত লোকবিলাকে ধন দি শস্যক্ষেত্ৰ কিনিব, আৰু দলিলত চহি দি, মোহৰ মাৰি বন্ধ কৰিব, আৰু সাক্ষী মাতিব; কিয়নো যিহোৱাই কৈছে, মই সিবিলাকৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম।

### যিহুদীবিলাকৰ বন্দীত্বৰ পৰিবৰ্ত্তন।

৩৩ পাছে দ্বিতীয়বাৰ যিৰিমিয়ালৈ যিহোৱাৰ বাক্য আহিল, বোলে, (তেতিয়াও তেওঁ প্ৰহৰীৰ চোঁতালত বদ্ধ আছিল,) ২ এই কাৰ্য্যৰ কৰ্ত্তা যিহোৱা, যি জনাই ইয়াক সিদ্ধ কৰিবলৈ কল্পনা কৰে, যিহোৱা নামেৰে প্ৰখ্যাত হোৱা সেই যিহোৱাই এই ৰূপে কৈছে, ৩ তুমি মোৰ আগত প্ৰাৰ্থনা কৰা; তাতে মই তোমাক উত্তৰ দিম, আৰু তুমি নজনা মহৎ আৰু অগম্য কথা তোমাক জনাম। ৪ কিয়নো হাদামবোৰৰ আৰু তৰোৱালৰ পৰা ৰক্ষাৰ উপায় কৰিবলৈ এই নগৰৰ আৰু যিহুদাৰ ৰজাবিলাকৰ যি ঘৰবোৰ ভঙ্গা হৈছে, সেই ঘৰবোৰৰ বিষয়ে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, ৫ লোকবিলাকে কল্‌দীয়াহঁতে সৈতে যুদ্ধ কৰিবলৈ আহিছে, কিন্তু যিবিলাকক মই আপোন ক্ৰোধ আৰু মহা-কোপত বধ কৰিলোঁ, আৰু যিবিলাকৰ সকলো দুষ্টতাৰ নিমিত্তে মই এই নগৰৰ পৰা মোৰ মুখ লুকুৱাই ৰাখিলোঁ, সেইবোৰ মানুহৰ মৰা শবেৰে এই ঘৰবোৰ পৰিপূৰ্ণ কৰিবলৈহে আহিছে। ৬ দেখা, মই এই নগৰৰ ঘা বান্ধি চিকিৎসা কৰিম, সিবিলাকক সুস্থ কৰিম, আৰু সিবিলাকলৈ প্ৰচুৰ পৰিমাণে কুশল আৰু সত্যতা প্ৰকাশ কৰিম। ৭ মই যিহুদা আৰু ইস্ৰায়েলৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম, আৰু আগৰ দৰে পুনৰায় সিবিলাকক স্থাপন কৰিম। ৮ আৰু যি অপৰাধৰ দ্বাৰায় সিবিলাকে মোৰ অহিতে পাপ কৰিলে, সিবিলাকৰ সেই অপৰাধ মই ধুই পেলাম; আৰু যি নানা অপৰাধেৰে সিবিলাকে মোৰ অহিতে পাপ কৰিলে, আৰু যিহৰ দ্বাৰায় সিবিলাকে অধৰ্ম্ম-আচৰণ কৰিলে, মই সিবিলাকৰ সেই সকলো অপৰাধ ক্ষমা কৰিম। ৯ আৰু মই সিবিলাকলৈ কৰা আটাই মঙ্গল-কাৰ্য্যৰ কথা পৃথিবীৰ যি জাতিবিলাকে শুনিব, আৰু মই সিবিলাকৰ নিমিত্তে কৰা আটাই মঙ্গল আৰু শান্তিৰ কথা শুনি ভয়ত কঁপিব, সেই সকলো জাতিৰ আগত এই নগৰ মোৰ পক্ষে আনন্দজনক নাম, প্ৰশংসা, আৰু গৌৰৱৰ বিষয় হব। ১০ যিহোৱাই এই কথা কৈছে, এই যি ঠাইৰ বিষয়ে তোমালোকে কৈছা, যে, ই উচ্ছন্ন, মনুষ্য আৰু পশুশূন্য, এই ঠাইত, এনে কি উচ্ছন্ন, মনুষ্য ও নিবাসীশূন্য আৰু পশুশূন্য যিহুদাৰ নগৰ আৰু যিৰূচালেমৰ আলিবোৰত, ১১ আনন্দৰ ধ্বনি, উল্লাসৰ ধ্বনি, দৰা-কন্যাৰ ধ্বনি, আৰু "বাহিনীবিলাকৰ যিহোৱাৰ ধন্যবাদ কৰা, কিয়নো যিহোৱা মঙ্গল-

মৰ, কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে,” এই বুলি কোৱাবিলাকৰ ধ্বনি, আৰু যিহোৱাৰ গৃহলৈ ধন্যবাদাৰ্থক বলি অনাবিলাকৰ ধ্বনি পুনৰায় শুনা যাব। কিয়নো, যিহোৱাই কৈছে, মই এই দেশৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰি আগৰ দৰে কৰিম। [১২] বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, উচ্ছন্ন, মনুষ্য আৰু পশুশূন্য এই ঠাইত আৰু ইয়াৰ সকলো নগৰত মেৰৰ জাকক শয়ন কৰাওঁতা ৰখীয়াবিলাকৰ বসতিৰ ঠাই পুনৰায় হব। [১৩] যিহোৱাই কৈছে, পৰ্ব্বতীয়া অঞ্চলৰ, নিম্নভূমিৰ, আৰু দক্ষিণ অঞ্চলৰ নগৰবোৰত, বিন্যামীন প্ৰদেশত, যিৰূচালেমৰ চাৰিওফালৰ ঠাইবোৰত, আৰু যিহূদাৰ নগৰবোৰত মেৰ-গণনাকাৰী লোকৰ হাতৰ তলেদি মেৰৰ জাকবিলাক পুনৰায় গমন কৰিব।

[১৪] যিহোৱাই কৈছে, দেখা, ইস্ৰায়েল-বংশ আৰু যিহূদা-বংশৰ বিষয়ে মই কোৱা মঙ্গলবাক্য যি দিনা সিদ্ধ কৰিম, এনে দিন আহিছে। [১৫] সেই দিনা আৰু সেই কালত মই দায়ূদৰ বংশত এক ধাৰ্ম্মিক গজালি গজাম, তেওঁ দেশত বিচাৰ আৰু ন্যায় সিদ্ধ কৰিব। [১৬] সেই দিনা যিহূদাই পৰিত্ৰাণ পাব, যিৰূচালেমে নিৰাপদে বাস কৰিব, আৰু “যিহোৱাই আমাৰ ধাৰ্ম্মিকতা,” এই নামেৰে সেই নগৰ প্ৰখ্যাত হব; [১৭] কিয়নো যিহোৱাই এই কথা কৈছে, ইস্ৰায়েল-বংশৰ সিংহাসনৰ ওপৰত বহিবলৈ দায়ূদ-বংশীয় পুৰুষৰ অভাৱ নহব; [১৮] আৰু মোৰ আগত হোম-বলি উৎসৰ্গ কৰিবলৈ, নৈবেদ্য দগ্ধ কৰিবলৈ, আৰু নিত্যে নিত্যে মঙ্গলাৰ্থক বলিদান কৰিবলৈ লেবীয়া পুৰোহিতবিলাকৰ মাজৰ কোনো পুৰুষৰ অভাৱ নহব। [১৯] পাছে যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে, [২০] যিহোৱাই এই ৰূপে কৈছে, দিন আৰু ৰাতিৰ মোৰ নিয়ম যদি তোমালোকে এনেকৈ ভাঙিব পাৰা, যে, আপোন আপোন কালত দিন কি ৰাতি নহব, [২১] তেন্তে মোৰ দাস দায়ূদে সৈতে কৰা মোৰ নিয়মটীও এনেকৈ ভাঙিব পৰা যাব, যে, তেওঁৰ সিংহাসনত বহি ৰাজশাসন কৰিবলৈ তেওঁৰ এটী সন্তানো নহব; আৰু মোৰ পৰিচাৰক লেবীয়া পুৰোহিতবিলাকে সৈতে কৰা মোৰ নিয়মটীও ভাঙিব পৰা যাব। [২২] আকাশ-মণ্ডলৰ বাহিনীবিলাক যেনেকৈ গণিব নোৱাৰি, আৰু সমুদ্ৰৰ বালি যেনেকৈ জুখিব নোৱাৰি, তেনেকৈ মই আপোন দাস দায়ূদৰ বংশৰ আৰু মোৰ পৰিচৰ্য্যা কৰোঁতা লেবীয়াবিলাকক বৃদ্ধি কৰিম। [২৩] পুনৰায় যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে, [২৪] এই জাতিয়ে কি কৈছে, তাক জানো তুমি ভু পোৱা নাই? সিহঁতে কৈছে, যিহোৱাই আপোনাৰ মনোনীত এই দুই গোষ্ঠীক অগ্ৰাহ্য কৰিছে; সিহঁতে আপোনাবিলাকৰ আগত মোৰ প্ৰজাবিলাকক এক জাতি বুলি আৰু গণনা নকৰি এই ৰূপে হেয়জ্ঞান কৰে। [২৫] যিহোৱাই এই কথা কৈছে, দিন আৰু ৰাতিৰ মোৰ নিয়ম যদি নহয়, আৰু যদি মই আকাশ-মণ্ডল আৰু পৃথিবীৰ নিয়মবোৰ নিৰূপণ নকৰাকৈ থাকোঁ, [২৬] তেন্তে মই যাকোবৰ আৰু মোৰ দাস দায়ূদৰ বংশকো অগ্ৰাহ্য কৰি অব্ৰাহাম, ইচ্‌হাক, আৰু যাকোবৰ বংশৰ ওপৰত শাসন কৰিবলৈ তেওঁৰ বংশৰ এজনকো নলম; কিয়নো মই সিবিলাকৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম, আৰু সিবিলাকক দয়া কৰিম।

চিদিকিয়াৰ ভাবী বন্দিত্ব, আৰু তেওঁ পতা নিয়মটীৰ বিষয়।

৩৪ বাবিলৰ ৰজা নবূখদনেচৰ, তেওঁৰ সৈন্য-সামন্ত, তেওঁৰ অধীনে থকা পৃথিবীৰ সকলো ৰাজ্যবোৰ, আৰু সকলো জাতিবিলাকে যিৰূচালেম আৰু তাৰ আটাই নগৰৰ বিৰুদ্ধে যুদ্ধ কৰা সময়ত, যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ পৰা এই বাক্য আহিল, বোলে, [২] ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, তুমি যোৱা, আৰু যিহূদাৰ ৰজা চিদিকিয়াৰ লগত কথা হৈ তেওঁক কোৱা, যিহোৱাই এই ৰূপে কৈছে, দেখা, মই বাবিলৰ ৰজাৰ হাতত এই নগৰ সমৰ্পণ কৰিম, আৰু তেওঁ তাক জুইৰে দগ্ধ কৰিব; [৩] আৰু তুমি তেওঁৰ হাতৰ পৰা ৰক্ষা নেপাবা, কিন্তু নিশ্চয়ে ধৰা পৰি তেওঁৰ হাতত সমৰ্পিত হবা; তোমাৰ চকুৱে বাবিলৰ ৰজাৰ চকু দেখিব, তেওঁ সম্মুখাসম্মুখি হৈ তোমাৰ লগত কথা হব, আৰু তুমি বাবিললৈ যাবা। [৪] তথাপি

হে যিহূদাৰ ৰজা চিদিকিয়া, তুমি যিহোৱাৰ বাক্য শুনা; যিহোৱাই তোমাৰ বিষয়ে এই ৰূপে কৈছে, [5] তুমি তৰোৱালৰ দ্বাৰায় নমৰিবা; তুমি শান্তিতহে মৰিবা, আৰু তোমাৰ আগেয়ে হোৱা তোমাৰ পূৰ্ব্বপুৰুষ ৰজাবিলাকৰ নিমিত্তে লোকে যেনেকৈ সুগন্ধি দ্রব্য জ্বলাইছিল, তেনেকৈ তোমাৰো নিমিত্তে জ্বলাব, আৰু হায় প্রভো বুলি তোমাৰ কাৰণে বিলাপ কৰিব; কিয়নো মঞ এই কথা কলোঁ, এয়ে যিহোৱাৰ বচন। [6] তেতিয়া যিৰিমিয়া ভাববাদীয়ে যিৰূচালেমত যিহূদাৰ ৰজা চিদিকিয়াক সেইবোৰ কথা কলে। [7] সেই কালত বাবিলৰ ৰজাৰ সৈন্যসামন্তই যিৰূচালেম আৰু যিহূদাৰ অৱশিষ্ট আটাই নগৰৰ বিৰুদ্ধে, লাখীচ আৰু অজেকাৰ অহিতে যুদ্ধ কৰিছিল; কিয়নো যিহূদাৰ নগৰবোৰৰ মাজত কেৱল এই দুখনহে গড়েৰে আবৃত নগৰ অৱশিষ্ট আছিল।

[8] বন্দী-বেটীৰ আগত মুক্তি ঘোষণা কৰিবলৈ, চিদিকিয়া ৰজাই যিৰূচালেমত থকা আটাই প্রজাৰে সৈতে এটা নিয়ম স্থাপন কৰাৰ পাছত, যিহোৱাৰ পৰা যিৰিমিয়ালৈ অহা বাক্য। [9] সেই নিয়মটো এই, যে, প্রত্যেক মানুহে আপোন ইব্রী বন্দী কি বেটীক মুকলি কৰি দিব, কোনেও সিহঁতক, অর্থাৎ যিহূদী ভাইক বন্দীকাম নকৰাব। [10] পাছে প্রত্যেকে যে আপোনাৰ বন্দীক আৰু আপোনাৰ বেটীক মুকলি কৰি দিব, কোনেও যে সিহঁতক আৰু বন্দীকাম নকৰাব, এনে নিয়মটোত বদ্ধ হোৱা সকলো প্রধান লোক আৰু আটাই প্রজা মান্তি হল; সিবিলাকে মান্তি হৈ সিহঁতক এৰি দিলে। [11] কিন্তু পাছত সিবিলাকে মন ঘূৰালে, আৰু সিবিলাকে মুকলি কৰি দিয়া বন্দী-বেটীক ওলোটাই আনি আপোনাবিলাকৰ বন্দী-বেটী কৰিবলৈ বশীভূত কৰিলে। [12] এই হেতুকে যিহোৱাৰ পৰা যিৰিমিয়াৰ ওচৰলৈ এই বাক্য আহিল, বোলে, [13] ইস্রায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, বন্দীঘৰস্বৰূপ মিচৰ দেশৰ পৰা তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক উলিয়াই অনা দিনা মঞেই সিবিলাকৰ লগত এই নিয়মটো স্থিৰ কৰিছিলোঁ, [14] যে, তোমাৰ যি ইব্রী ভাইক তোমাৰ হাতত বেচা হল, আৰু তোমাৰ তলত ছবছৰ খাটিলে, তোমালোক প্রতিজনে আপোন আপোন এনে ভাইক সপ্তম বছৰৰ মূৰত এৰি দিবা, তুমি তাক মুকলি কৰি তোমাৰ ওচৰৰ পৰা বিদায় দিবা; কিন্তু তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে মোৰ কথা নেমানিলে, আৰু কাণো নেপাতিলে। [15] সম্প্রতি তোমালোকে মন ঘূৱাই প্রতিজনে আপোন আপোন ওচৰ-চুবুৰীয়াৰ আগত মুক্তি ঘোষণা কৰি, মোৰ দৃষ্টিত যি ন্যায়, তাকে কৰিছিলা, আৰু মোৰ নামেৰে প্রখ্যাত গৃহত মোৰ আগত এটা নিয়ম বান্ধিছিলা; [16] কিন্তু তোমালোকে আকৌ মন ঘূৱাই মোৰ নাম অপবিত্র কৰিলা, আৰু যি বন্দী-বেটীক সিহঁতৰ ইচ্ছামতে যাবলৈ এৰি দিছিলা, তোমালোক প্রতিজনে আপোন আপোন সেই বন্দী-বেটীক ওলোটাই আনি আপোনাবিলাকৰ বন্দী-বেটী কৰিবলৈ বশীভূত কৰিলা। [17] এই হেতুকে যিহোৱাই এই কথা কৈছে, তোমালোক প্রতিজনে আপোন আপোন ভাইৰ আগত, প্রতিজনে আপোন আপোন ওচৰ-চুবুৰীয়াৰ আগত মুক্তি ঘোষণা কৰিবলৈ মোলৈ কাণ নিদিলা; দেখা, যিহোৱাই কৈছে, মঞো তৰোৱাল, মহামাৰী, আৰু আকাললৈ তোমালোকৰ আগত মুক্তি ঘোষণা কৰিছোঁ, আৰু পৃথিবীৰ সকলো ৰাজ্যৰ মাজত তোমালোকক ত্রাসৰ বিষয় কৰিম; [18] আৰু যি মানুহবিলাকে মোৰ নিয়মটো ভাঙিলে, যিবিলাকে দামুৰিটোক দোডোখৰ কৰি তাৰ অংশৰ মাজেদি গমন কৰি মোৰ আগত বন্ধা নিয়মটোৰ বাক্য পালন নকৰিলে, সিবিলাকক, [19] অর্থাৎ দামুৰিৰ অংশৰ মাজেদি গমন কৰা যিহূদা আৰু যিৰূচালেমৰ প্রধান লোক, নপুংসক, পুৰোহিতবিলাক, আৰু দেশৰ আটাই প্রজাক, [20] সিবিলাকৰ শত্রুবোৰৰ আৰু সিবিলাকৰ প্রাণ মাৰিবলৈ বিচাৰি ফুৰাবোৰৰ হাতত সমর্পণ কৰিম, আৰু সিবিলাকৰ মৰা শব আকাশৰ চৰাইবোৰৰ আৰু পৃথিবীৰ জন্তুবোৰৰ আহাৰ হব। [21] আৰু যিহূদাৰ ৰজা চিদিকিয়াক, আৰু তেওঁৰ প্রধান লোকবিলাকক মঞ সিবিলাকৰ শত্রুবোৰৰ হাতত, আৰু সিবিলাকৰ প্রাণ মাৰিবলৈ বিচাৰি ফুৰাবোৰৰ হাতত, আৰু তোমালোকৰ ওচৰৰ পৰা গুচি যোৱা বাবিলৰ ৰজাৰ সৈন্যসামন্তৰ হাতত

সমৰ্পণ কৰিম। 22 যিহোৱাই কৈছে, দেখা, মই হুকুম দি সিহঁতক পুনৰায় এই নগৰলৈ ওলোটাম; তাতে সিহঁতে এই নগৰৰ অহিতে যুদ্ধ কৰি ইয়াক হাত কৰি লৈ জুই দি পুৰিব, আৰু মই যিহূদাৰ নগৰবোৰ নিবাসীশূন্য ধ্বংসস্থান কৰিম।

### রেখবীয়াবিলাকর বাধ্যতা।

**35** যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহোয়াকীমৰ ৰাজত্বৰ কালত যিহোৱাৰ পৰা যিৰিমিয়াৰ ওচৰলৈ এই বাক্য আহিল, বোলে, 2 তুমি ৰেখব-বংশীয় লোকবিলাকৰ ওচৰলৈ যোৱা, আৰু সিবিলাকৰ লগত কথা হৈ সিবিলাকক যিহোৱাৰ গৃহৰ কোনো এটা খোঁটালীলৈ আনি, পান কৰিবলৈ দ্ৰাক্ষাৰস দিয়া। 3 তাতে মই হবচিনিয়াৰ নাতিয়েক যিৰিমিয়াৰ পুত্ৰ যাজনিয়া, আৰু তেওঁৰ ককায়েক-ভায়েকহঁতক, আৰু তেওঁৰ পুতেক আদি ৰেখবীয়া গোটেই বংশক লগত লৈ, 4 যিহোৱাৰ গৃহলৈ, ঈশ্বৰৰ লোক যিগ্‌দলিয়াৰ পুত্ৰ হাননৰ পুতেকহঁতৰ খোঁটালীলৈ নিলোঁ; সেই খোঁটালী চল্লুমৰ পুত্ৰ মাচেয়া নামেৰে দুৱৰীৰ খোঁটালীৰ ওপৰত প্ৰধান লোকবিলাকৰ খোঁটালীৰ কোষত আছিল। 5 পাছে মই দ্ৰাক্ষাৰসেৰে ভৰা গোটাদিয়েক ঘট আৰু বাটি ৰেখব-বংশৰ মানুহবোৰৰ আগত থৈ, তোমালোকে দ্ৰাক্ষাৰস পান কৰা বুলি সিবিলাকক কলোঁ। 6 কিন্তু সিবিলাকে কলে, আমি দ্ৰাক্ষাৰস পান নকৰোঁ; কিয়নো আমাৰ পূৰ্ব্বপুৰুষ ৰেখবৰ পুত্ৰ যোনাদবে আমাক এই আজ্ঞা দিছিল, তোমালোকে আৰু তোমালোকৰ সন্তানবিলাকৰ কোনেও চিৰকাললৈকে দ্ৰাক্ষাৰস পান নকৰিবা; 7 আৰু ঘৰ নেসাজিবা, গুটি নিসিঁচিবা, দ্ৰাক্ষাবাৰী নেপাতিবা, আৰু এইবোৰৰ একোৰে অধিকাৰী নহবা; কিন্তু তোমালোকে প্ৰবাস কৰা দেশত বহুদিন থাকিবৰ নিমিত্তে, তোমালোকৰ সকলো কালত তাম্বুত বাস কৰিবা। 8 আমি, আমাৰ তিৰুতা, লৰা, আৰু ছোৱালী সকলোৱে আমাৰ গোটেই জীৱনৰ কালত দ্ৰাক্ষাৰস পান নকৰিবলৈ, আৰু নিবাসৰ অৰ্থে ঘৰ নেসাজিবলৈ আমাৰ পূৰ্ব্বপুৰুষ ৰেখবৰ পুত্ৰ যোনাদবে যিবোৰ আজ্ঞা দিছিল, 9 সেইবোৰ আজ্ঞাৰ দৰে আমি তেওঁৰ কথা মানি আহিছোঁ। আমাৰ দ্ৰাক্ষাবাৰী কি শস্যক্ষেত্ৰ, কি কঠিয়া নাই; 10 কিন্তু আমি তাম্বুত থাকোঁ, আৰু আমাৰ পূৰ্ব্বপুৰুষ যোনাদবে দিয়া আজ্ঞা মানি সেই অনুসাৰে সকলো কাম কৰি আহিছোঁ। 11 কিন্তু যেতিয়া বাবিলৰ ৰজা নবূখদ্‌নেচৰ এই দেশৰ মাজলৈ আহিছিল, তেতিয়া আমি কলোঁ, আহাঁ, আমি কল্‌দীয়া আৰু অৰামীয়াহঁতৰ সৈন্যসামন্তৰ সন্মুখৰ পৰা যিৰূচালেমলৈ যাওঁহঁক; এই নিমিত্তে আমি যিৰূচালেমত বাস কৰিছোঁ।

12 পাছে যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ এই বাক্য আহিল, বোলে, 13 ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, তুমি গৈ যিহূদাৰ লোকবিলাকক আৰু যিৰূচালেম-নিবাসীবিলাকক কোৱা, যিহোৱাই কৈছে, তোমালোকে মোৰ বাক্যলৈ কাণ দিবলৈ উপদেশ গ্ৰহণ নকৰিবা নে? 14 ৰেখবৰ পুত্ৰ যোনাদবে দ্ৰাক্ষাৰস পান নকৰিবলৈ আপোন সন্তানবিলাকক যি বাক্যেৰে আজ্ঞা কৰিছিল, তেওঁৰ সেই বাক্য সিদ্ধ হল; আজিলৈকে সিবিলাকে অলপো পান নকৰে, কাৰণ সিবিলাকে আপোনাবিলাকৰ পূৰ্ব্বপুৰুষৰ আজ্ঞা মানে; কিন্তু মই অতি প্ৰভাতে উঠি তোমালোকক কৈ কৈ আছোঁ, তথাপি তোমালোকে মোৰ বাক্য নেমানা। 15 মই মোৰ আটাই দাস ভাববাদীবিলাকক তোমালোকৰ ওচৰলৈ পঠাই আছোঁ, আৰু প্ৰভাতে উঠি সিবিলাকক পঠাই তোমালোকক কোৱাইছোঁ, তোমালোকে এতিয়া আপোন আপোন কুপথৰ পৰা ঘুৰি আপোন আপোন আচাৰ-ব্যৱহাৰ শুদ্ধ কৰা, আৰু ইতৰ দেৱতাবোৰক সেৱাপূজা কৰিবৰ অৰ্থে সেইবোৰৰ পাছত যাওঁতা নহবা; তাতে তোমালোকক আৰু তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক মই দিয়া দেশত তোমালোকে বাস কৰিবা; কিন্তু তোমালোকে কাণ কৰা নাই, আৰু মোৰ বাক্যলৈ মনকো দিয়া নাই। 16 দেখা, ৰেখবৰ পুত্ৰ যোনাদবৰ সন্তানবিলাকে সিবিলাকক দিয়া সিবিলাকৰ পূৰ্ব্বপুৰুষৰ আজ্ঞা পালন কৰি আহিছে, কিন্তু এই জাতিয়ে মোলৈ কাণ দিয়া নাই। 17 এই হেতুকে বাহিনীবিলাকৰ ঈশ্বৰ,

ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, দেখা, যিহুদা আৰু যিৰূচালেম-নিবাসীবিলাকৰ অহিতে মই কোৱা আটাই অমঙ্গলৰ কথা সিবিলাকলৈ ঘটাম ; কিয়নো মই সিবিলাকক কথা কলত সিবিলাকে নুশুনিলে, আৰু সিবিলা-কক মাতিলত সিবিলাকে উত্তৰ নিদিলে। [১৮] পাছে যিৰিমিয়াই ৰেখবীয়া বংশক কলে, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, যে, তোমালোকে আপোনাবিলা-কৰ পূৰ্ব্বপুৰুষ যোনাদবৰ আজ্ঞালৈ মনোযোগ কৰি তেওঁৰ সকলো আদেশ পালন কৰিছা, আৰু তেওঁ তোমালোকক দিয়া আটাই আজ্ঞা অনুসাৰে কাৰ্য্য কৰিছা ; [১৯] এই নিমিত্তে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, মোৰ আগত সদাকাল থিয় হবৰ নিমিত্তে ৰেখ-বৰ পুত্ৰ যোনাদবৰ বংশৰ কোনো মানুহৰ অভাব নহব।

যিৰিমিয়াই লিখা পুথী।

**৩৬** যোচিয়াৰ পুত্ৰ যিহুদাৰ ৰজা যিহোয়া-কীমৰ ৰাজত্বৰ চতুৰ্থ বছৰত যিহোৱাৰ পৰা যিৰিমিয়ালৈ এই বাক্য আহিল, বোলে, তুমি এখন মুৰিওৱা পুথী লোৱা ; [২] আৰু মই তোমাক প্ৰথমে কোৱা দিনৰে পৰা, যোচিয়াৰ ৰাজত্বৰ কালৰ পৰা আজিলৈকে, ইস্ৰায়েলৰ, যিহুদাৰ, আৰু সকলো জাতিৰ বিৰুদ্ধে যি যি কথা মই তোমাৰ আগত কৈ আছোঁ, সেই সকলো কথা সেই পুথীত লিখা। [৩] যিহুদা-বংশলৈ মই যি অমঙ্গল ঘটাবলৈ কল্পনা কৰিছোঁ, কিজানি আপোন আপোন কুপথৰ পৰা ঘূৰিবলৈ সিবি-লাকে সেই সকলো অমঙ্গলৰ কথা শুনিব ; তাতে মই সিবিলাকৰ অপৰাধ আৰু পাপ ক্ষমা কৰিম। [৪] তেতিয়া যিৰিমিয়াই নেৰিয়াৰ পুত্ৰ বাৰূকক মাতি আনিলত, যিৰিমিয়াক কোৱা যিহোৱাৰ সকলো বাক্য বাৰূকে তেওঁৰ মুখৰ পৰা সেই মুৰিওৱা পুথীখনিত লিখিলে। [৫] পাছে যিৰিমিয়াই বাৰূকক আজ্ঞা দি কলে, মই বন্ধ আছোঁ, যিহোৱাৰ গৃহলৈ যাব নোৱাৰোঁ। [৬] এই হেতুকে তুমি গৈ যিহোৱাৰ গৃহত উপ-বাসৰ দিনা, মোৰ মুখৰ পৰা পুথীখনিত লিখা যিহোৱাৰ বাক্যবোৰ লোকবিলাকে শুনাকৈ পাঠ কৰা ; সিবিলাকৰ নগৰবোৰৰ পৰা অহা সকলো যিহুদাৰ লোকে শুনাকৈ পাঠ কৰা। [৭] কিজানি সিবিলাকে আপোন আপোন নিবে-দন যিহোৱাৰ আগত জনাব, আৰু সিবিলাক প্ৰতিজনে আপোন আপোন কুপথৰ পৰা ঘূৰিব ; কিয়নো এই জাতিৰ বিৰুদ্ধে প্ৰকাশ কৰা যিহোৱাৰ ক্ৰোধ আৰু কোপ অতি প্ৰবল। [৮] পাছে পুথীখনিত লিখা যিহোৱাৰ বাক্যবোৰ নেৰিয়াৰ পুত্ৰ বাৰূকে যিহোৱাৰ গৃহত পাঠ কৰি যিৰিমিয়া ভাববাদীৰ আজ্ঞা পালন কৰিলে।

[৯] যোচিয়াৰ পুত্ৰ যিহুদাৰ ৰজা যিহোয়াকীমৰ ৰাজত্বৰ পঞ্চম বছৰৰ নৱম মাহত যিৰূচালেমত থকা লোকবিলাকে, আৰু যিহুদাৰ নগৰবোৰৰ পৰা যিৰূচালেমলৈ অহা প্ৰজাবিলাকে যিহোৱাৰ উদ্দেশে উপবাস ঘোষণা কৰিলে। [১০] তেতিয়া বাৰূকে যিহোৱাৰ গৃহত, চাফনৰ পুত্ৰ গমৰিয়া লিখকৰ খোঁটালীত, যিহোৱাৰ গৃহৰ নতুন দুৱা-ৰৰ সোমোৱা ঠাইত, ওপৰ-চোতালত, সেই পুথীখনিত লিখা যিৰিমিয়াৰ বাক্যবোৰ সকলো লোকে শুনাকৈ পাঠ কৰিলে। [১১] আৰু চাফ-নৰ নাতিয়েক গমৰিয়াৰ পুত্ৰ মীখায়াই সেই পুথীখনিৰ পৰা যিহোৱাৰ সকলো বাক্য শুনি, [১২] ৰাজগৃহলৈ লিখকৰ খোঁটালীলৈ নামি গল ; দেখা, সেই সময়ত সকলো প্ৰধান লোক, অৰ্থাৎ ইলীচামা লিখক, চময়িয়াৰ পুত্ৰ দলায়া, অক্-বোৰৰ পুত্ৰ ইল্নাথন, চাফনৰ পুত্ৰ গমৰিয়া, আৰু হননিয়াৰ পুত্ৰ চিদিকিয়া আদি সকলো প্ৰধান লোক তাত বহি আছিল। [১৩] তেতিয়া লোকবিলাকে শুনাকৈ বাৰূকে পুথীখনি পাঠ কৰা সময়ত মীখায়াই যি সকলো বাক্য শুনি-ছিল, তেওঁ তাক তেওঁবিলাকৰ আগত প্ৰকাশ কৰিলে। [১৪] এই হেতুকে সকলো প্ৰধান লোকে কুচীৰ প্ৰপৌত্ৰ চেলেমিয়াৰ নাতিয়েক নথনিয়াৰ পুত্ৰ যিহুদীক বাৰূকৰ ওচৰলৈ এই কথা কৈ পঠালে, লোকবিলাকে শুনাকৈ তুমি পাঠ কৰা মুৰিওৱা পুথীখনি তোমাৰ হাতত লৈ আহাঁ। তাতে নেৰিয়াৰ পুত্ৰ বাৰূকে পুথিখনি হাতত লৈ তেওঁবিলাকৰ ওচৰলৈ আহিল। [১৫] তেওঁ-বিলাকে তেওঁক কলে, এতিয়া বহি আমি শুনাকৈ পাঠ কৰা ; তাতে বাৰূকে তেওঁবিলাকে

শুনাকৈ পাঠ করিলে ; [১৬] তেতিয়া সেই সকলো কথা শুনি তেওঁবিলাক আটাইরে ভয় লাগি ইজনে সিজনলৈ চোৱাচুই করি বারূকক কলে, আমি এই সকলো কথার বিষয়ে অবশ্যে রজাক জনাব লাগিব। [১৭] পাছে তেওঁবিলাকে বারূকক সুধিলে, কোৱাছোন, তুমি কেনেকৈ তেওঁর মুখর পরা এইবোর কথা লিখিছিলা? [১৮] তাতে বারূকে উত্তর করিলে, তেওঁ মুখেরে মোর আগত এই সকলো বাক্য উচ্চারণ করিছিল, আরু ময় মহিরে এই পুথীত এই সকলো লিখিছিলোঁ। [১৯] তেতিয়া প্রধান লোকবিলাকে বারূকক কলে, তুমি আরু যিরিমিয়া গৈ, তোমালোকর থকা ঠাই কোনেও নজনাকৈ লুকাই থাকাগৈ। [২০] পাছে তেওঁবিলাকে ইলীচামা লিখকর খোঁটালীত পুথীখনি থৈ চোঁতাললৈ রজার ওচরলৈ সোমাই গল, আরু রজাই শুনাকৈ সেই সকলো বাক্য প্রকাশ করিলে। [২১] তাতে রজাই পুথীখনি আনিবলৈ যিহুদীক পঠালত, যিহুদীয়ে ইলীচামা লিখকর খোঁটালীর পরা তাক আনিলে ; আরু রজাই শুনাকৈ, আরু তেওঁর ওচরত থিয় হৈ থকা সকলো প্রধান লোকে শুনাকৈ যিহুদীয়ে তাক পাঠ করিলে। [২২] সেই সময়ত রজাই নবম মাহত জারকালি থকা ঘরত বহি আছিল, আরু তেওঁর আগত তিফাইত জুই জ্বলি আছিল। [২৩] পাছে যিহুদীয়ে পৃষ্ঠার তিনি চারি অংশ পাঠ করার পাছতে রজাই লিখকর কলম কটা কটারিরে তাক কাটি তিফাইর জুইত পেলায় ; এই রূপে গোটেই পুথীখনি তিফাইর জুইত নষ্ট নোহোৱালৈকে তেওঁ কাটি কাটি পেলাই আছিল। [২৪] সেই সকলো বাক্য শুনিও রজা আরু মন্ত্রী কোনেও ভয় নকরিলে, বা আপোন আপোন বস্ত্র নেফালিলে। [২৫] ইলনাথন, দলায়া, আরু গমরিয়াই পুথীখনি নুপুরিবলৈ রজাক বিনয় করিলে ; তথাপি তেওঁ তেওঁবিলাকর কথা নুশুনিলে। [২৬] পাছে রজাই যিরহমেল কোঁৱরক, অস্রীয়েলর পুত্র চরায়াক, অব্দিয়েলর পুত্র চেলেমিয়াক, বারূক লিখক আরু যিরিমিয়া ভাববাদীক ধরিবলৈ আজ্ঞা করিলে ; কিন্তু যিহোৱাই তেওঁবিলাকক লুকুৱাই থৈছিল।

[২৭] পাছে রজাই, যিরিমিয়ার মুখর পরা বারূকে লিখা বাক্যবোরে সৈতে পুথীখনি পোরার পাছত যিহোৱার এই বাক্য যিরিমিয়ালৈ আহিল, বোলে, [২৮] তুমি পুনরায় আরু এখন নুরিওৱা পুথী লোৱা, আরু যিহুদার রজা যিহোয়াকীমে পোরা সেই প্রথম পুথীত আগেয়ে যি যি লিখা আছিল, সেই সকলো তাত লিখা। [২৯] যিহুদার রজা যিহোয়াকীমর বিষয়ে কোৱা, যিহোৱাই এই কথা কৈছে, যে, বাবিলর রজাই অবশ্যে আহি এই দেশ নষ্ট করিব, আরু ইয়াত পশু আরু মানুহ নোহোৱা করিব, এনে কথা এই পুথীখনিত কিয় লিখিছা? এই বুলি তুমি তাক পুরিলা। [৩০] এই হেতুকে যিহুদার রজা যিহোয়াকীমর বিষয়ে যিহোৱাই এই কথা কৈছে, যে, দায়ূদর সিংহাসনর ওপরত বহিবলৈ তেওঁর কোনো নেথাকিব, আরু তেওঁর শব দিনত র'দত, আরু রাতি নিয়রত পেলোৱা হৈ পড়ি থাকিব। [৩১] আরু ময় তেওঁক, তেওঁর বংশক, আরু তেওঁর মন্ত্রীবিলাকক সিবিলাকর অপরাধর নিমিত্তে দণ্ড দিম ; আরু সিবিলাকর অহিতে, যিরূচালেম-নিবাসীবিলাক আরু যিহুদী লোকবিলাকর অহিতে যি অমঙ্গলর কথা কলোঁ, কিন্তু সিবিলাকে নুশুনিলে, সেই সকলো অমঙ্গল ময় সিবিলাকলৈ ঘটাম। [৩২] তেতিয়া যিরিমিয়াই আরু এখন নুরিওৱা পুথী লৈ নেরিয়ার পুত্র বারূক লিখকক দিলত, তেওঁ যিহুদার রজা যিহোয়াকীমে জুইত পোরা পুথীখনির সকলো বাক্য যিরিমিয়ার মুখর পরা তাত লিখিলে ; তার বাহিরে তেনেকুৱা আরু অনেক কথাও তাত যোগ দিয়া হল।

যিরিমিয়া বন্দীশালত আরু কূপত থকা।

৩৭ বাবিলর রজা নবূখদ্রেচরে যিহুদা দেশর ওপরত পতা রজা যোচিয়ার পুত্র চিদিকিয়া যিহোয়াকীমর পুত্র কনিয়ার সলনি রজা হল। [২] কিন্তু তেওঁ, তেওঁর মন্ত্রীবিলাক, আরু দেশীয় লোকবিলাকে যিরিমিয়া ভাববাদীর দ্বারায় কোৱা যিহোৱার বাক্যলৈ কাণ নিদিলে।

[৩] পাছে চিদিকিয়া রজাই চেলেমিয়ার পুত্র যিহূখলক, আরু মাচেয়ার পুত্র চফনিয়া পুরোহিতক যিরিমিয়া ভাববাদীর ওচরলৈ পঠাই

কলে, তুমি অনুগ্ৰহ কৰি আমাৰ ঈশ্বৰ যিহোৱাৰ আগত আমাৰ নিমিত্তে প্ৰাৰ্থনা কৰা। [4]সেই সময়ত যিৰিমিয়াই লোকবিলাকৰ মাজত অহাযোৱা কৰিছিল; কিয়নো সেই কালত তেওঁক বন্দীশালত বন্ধ কৰা নাছিল। [5]পাছে ফৰৌণৰ সৈন্যসামন্ত মিচৰৰ পৰা ওলাল, আৰু যিৰূচালেম-অৱৰোধকাৰী কল্‌দীয়াবিলাকে তাৰ বাৰ্ত্তা শুনি যিৰূচালেমৰ পৰা ছাউনি ভাঙি গুচি গল। [6]তেতিয়া যিৰিমিয়া ভাববাদীৰ ওচৰলৈ যিহোৱাৰ এই বাক্য আহিল, বোলে, [7]ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, যিহূদাৰ যি ৰজাই মোৰ গুৰিত সুধিবলৈ তোমালোকক পঠাইছে, তেওঁক এই কথা কবা, দেখা, ফৰৌণৰ যি সৈন্যসামন্তই তোমালোকক সহায় কৰিবলৈ ওলাই আহিছে, সিহঁত আপোন দেশ মিচৰলৈ উলটি যাব; [8]আৰু কল্‌দীয়াবিলাকে পুনৰায় আহিব, আৰু এই নগৰৰ অহিতে যুদ্ধ কৰি ইয়াক হাত কৰি লৈ জুইৰে পুৰিব। [9]যিহোৱাই এই ৰূপে কৈছে, কল্‌দীয়াবিলাক আমাৰ ওচৰৰ পৰা একেবাৰে গুচি যাব বুলি কৈ তোমালোকে আপোনাবিলাকক ভুভুলাবা; কিয়নো সিহঁত একেবাৰে গুচি নেযাব। [10]কাৰণ, তোমালোকৰ অহিতে যুদ্ধ কৰা কল্‌দীয়াবিলাকৰ গোটেই সৈন্যসামন্তক যদিও তোমালোকে একেবাৰে প্ৰহাৰ কৰা, আৰু সিহঁতৰ মাজৰ খুন হোৱা লোক মাথোন অৱশিষ্ট থাকে, তথাপি সিহঁত প্ৰতিজনে আপোন আপোন তাম্বুত উঠিব, আৰু এই নগৰ জুই দি পুৰিব।

[11]কল্‌দীয়াবিলাকৰ সৈন্যসামন্তই যি সময়ত ফৰৌণৰ সৈন্যসামন্তৰ ভয়ত যিৰূচালেমৰ পৰা ছাউনি ভাঙি উঠি গৈছিল, [12]সেই সময়ত যিৰিমিয়াই বিন্যামীন প্ৰদেশত লোকবিলাকৰ মাজত থকা তেওঁৰ ভাগ লবৰ মনেৰে তালৈ যাবলৈ যিৰূচালেমৰ পৰা ওলাইছিল। [13]পাছে যেতিয়া তেওঁ বিন্যামীন নামেৰে বড় দুৱাৰ পালেগৈ, তেতিয়া সেই ঠাইত হননিয়াৰ নাতিয়েক চেলেমিয়াৰ পুতেক যিৰিয়া নামেৰে দুৱৰীৰ এজন অধ্যক্ষ আছিল; তেওঁ যিৰিমিয়া ভাববাদীক ধৰি কলে, তুমি কল্‌দীয়াবিলাকৰ ফলীয়া হবলৈ গৈছা। [14]তাতে যিৰিমিয়াই কলে, এয়ে মিছা কথা, ময় কল্‌দীয়াবিলাকৰ ফলীয়া হবলৈ নেযাওঁ; তথাপি যিৰিয়াই তেওঁৰ কথা নুশুনি, তেওঁক ধৰি প্ৰধান লোকবিলাকৰ গুৰিলৈ লৈ গল। [15]সেই প্ৰধান লোকবিলাকে যিৰিমিয়ালৈ ক্ৰুদ্ধ হৈ তেওঁক কোবাই যোনাথন লিখকৰ ঘৰত থকা বন্দীশালত পেলাই থলে; কিয়নো তেওঁবিলাকে তাকেই বন্দীশাল কৰিছিল। [16]যিৰিমিয়াই কাৰাকূপত, আৰু সৰু সৰু খোঁটালীবোৰত সোমাই সেই ঠাইত ভালেমান দিন কটালত, [17]চিদিকিয়া ৰজাই মানুহ পঠাই তেওঁক অনালে, আৰু ৰজাই আপোনাৰ ঘৰত তেওঁক গুপুতে সুধিলে, বোলে, যিহোৱাৰ পৰা অহা কোনো বাক্য আছে নে? তাতে যিৰিমিয়াই কলে, আছে; তেওঁ আৰু কলে, আপোনাক বাবিলৰ ৰজাৰ হাতত সোধাই দিয়া হব। [18]যিৰিমিয়াই চিদিকিয়া ৰজাক আৰু কলে, আপোনাৰ বা আপোনাৰ পাত্ৰমন্ত্ৰীবিলাকৰ, বা এই লোকবিলাকৰ বিৰুদ্ধে ময় কি অপৰাধ কৰিছোঁ, যে, আপোনালোকে মোক বন্দীশালত পেলাই দিছে? [19]আৰু, বাবিলৰ ৰজা আপোনালোকৰ বা এই দেশৰ বিৰুদ্ধে নাহিব, এই বুলি কৈ আপোনালোকৰ আগত ভাববাণী প্ৰচাৰ কৰা আপোনালোকৰ ভাববাদীবোৰ এতিয়া ক'ত? [20]এতিয়া হে মোৰ প্ৰভু মহাৰাজ, অনুগ্ৰহ কৰি শুনোক, ময় যোনাথন লিখকৰ ঘৰত যেন নমৰোঁ, এই নিমিত্তে আপুনি সেই ঠাইলৈ মোক আৰু নপঠাব; বিনয় কৰোঁ, মোৰ এই মিনতি আপোনাৰ আগত গ্ৰাহ্য হওক। [21]তাতে, চিদিকিয়া ৰজাই আজ্ঞা দিয়াত লোকবিলাকে যিৰিমিয়াক প্ৰহৰীৰ চোঁতালত ৰাখিলে, আৰু যেতিয়ালৈকে নগৰৰ সকলো ৰুটী নুটুকাল, তেতিয়ালৈকে প্ৰতিদিনে ৰুটীওৱালাপটীৰ পৰা এটা এটা ৰুটী আনি তেওঁক দিয়ে; এই ৰূপে যিৰিমিয়া প্ৰহৰীৰ চোঁতালত থাকিল।

৩৮ তাৰ পাছে মত্তনৰ পুত্ৰ চফটিয়া আৰু পচ্‌হূৰৰ পুত্ৰ গদলিয়া, চেলেমিয়াৰ পুত্ৰ যূখল, আৰু মল্কিয়াৰ পুত্ৰ পচ্‌হূৰে, আটাই লোকৰ আগত যিৰিমিয়াই কোৱা এই বাক্য শুনিলে, বোলে, [2]যিহোৱাই এই কথা কৈছে, যি কোনো লোক এই নগৰত থাকিব, সি তৰোৱালত, আকালত, আৰু মহামাৰীত মৰিব; কিন্তু যি

জনে কলদীয়াবিলাকৰ ওচৰলৈ ওলাই যাব, সি জীয়াই থাকিব, আৰু লুটদ্ৰব্যৰ নিচিনাকৈ আপোন প্ৰাণ লাভ কৰি জীয়াই থাকিব। [৩] যিহোৱাই এই কথা কৈছে, যে, এই নগৰ অৱশ্যে বাবিলৰ ৰজাৰ সৈন্যসামন্তৰ হাতত সমৰ্পণ কৰা হব, আৰু তেওঁ তাক হাত কৰি লব। [৪] তাতে প্ৰধান লোকবিলাকে ৰজাক কলে, আমি মিনতি কৰোঁ, এই মানুহৰ প্ৰাণদণ্ড কৰিবলৈ আজ্ঞা দিওক; কিয়নো সি মানুহবিলাকক এনেকুৱা কথা কৈ, এই নগৰৰ অৱশিষ্ট যুদ্ধাৰুবিলাকৰ আৰু আটাই প্ৰজাবিলাকৰ হাত দুৰ্ব্বল কৰিছে; কাৰণ এই মানুহে এই জাতিৰ মঙ্গললৈ চেষ্টা নকৰি, কেৱল অমঙ্গললৈহে চেষ্টা কৰে। [৫] তেতিয়া চিদিকিয়া ৰজাই কলে, দেখা, তেওঁ তোমালোকৰ হাততে আছে; কাৰণ তোমালোকৰ অহিতে কৰিবলৈ ৰজাৰ একো সাধ্য নাই। [৬] তাতে সিবিলাকে যিৰিমিয়াক ধৰি প্ৰহৰীৰ চোঁতালত থকা মল্কিয়া ৰাজকোঁৱৰৰ কূপত পেলালে, লেজুৰে যিৰিমিয়াক নমাই দিলে। সেই কূপত পানী নাছিল, কেৱল বোকা আছিল; তাতে যিৰিমিয়া বোকাত প্ৰায় পোত গৈছিল। [৭] এনেতে যিৰিমিয়াক কূপত পেলোৱা কথা ৰাজগৃহত থকা এবদ-মেলক নামেৰে এজন কূচ দেশীয় নপুংসকে শুনিলে; তেতিয়া ৰজা বিন্যামীনৰ দুৱাৰত বহি আছিল। [৮] এবদ-মেলকে ৰাজগৃহৰ পৰা ওলাই গৈ ৰজাক কলে, [৯] হে মোৰ প্ৰভু মহাৰাজ, সেই লোকবিলাকে যিৰিমিয়া ভাববাদীক কূপত পেলাই দি তেওঁলৈ নিতান্ত মন্দ ব্যৱহাৰ কৰিছে; তেওঁ যি ঠাইত আছে, সেই ঠাইত তেওঁ ভোকত মৰিব লগীয়া হৈছে, কিয়নো নগৰত আৰু ৰুটী নাই। [১০] তেতিয়া ৰজাই কূচীয়া এবদ্-মেলকক আজ্ঞা কৰিলে, বোলে, তুমি এই ঠাইৰ পৰা ত্ৰিশ জন মানুহ লগত লৈ গৈ যিৰিমিয়া ভাববাদী নৌ মৰোঁতেই তেওঁক কূপৰ পৰা তোলা। [১১] তাতে এবদ্-মেলকে সেই ত্ৰিশ জন মানুহক লগত লৈ ৰাজগৃহৰ ভঁৰালৰ তলৰ ঠাইলৈ গৈ, তাৰ পৰা পেলনীয়া পুৰণী কাপৰ আৰু পুৰণী পচা কটাকানি উলিয়াই, যিৰিমিয়াৰ ওচৰলৈ কূপলৈ লেজুৰে সেইবোৰ নমাই দিলে। [১২] আৰু কূচীয়া এবদ-মেলকে যিৰিমিয়াক কলে, এই পুৰণী পেলনীয়া কাপৰ আৰু পচা কটাকানি তোমাৰ কাষলতিত লেজুৰ তলত দিয়া; তাতে তেওঁ তাক কৰিলত, [১৩] সিহঁতে সেই লেজুত ধৰি টানি কূপৰ পৰা যিৰিমিয়াক তুলিলে; তেতিয়াৰে পৰা যিৰিমিয়া প্ৰহৰীৰ চোঁতালত থাকিল।

[১৪] পাছে চিদিকিয়া ৰজাই মানুহ পঠাই যিৰিমিয়া ভাববাদীক যিহোৱাৰ গৃহৰ তৃতীয় প্ৰবেশস্থানলৈ আপোনাৰ ওচৰলৈ অমালে; আৰু ৰজাই যিৰিমিয়াক কলে, ময় তোমাক এটা কথা সোধোঁ, তুমি মোৰ পৰা কোনো কথা গুপুতে নেৰাখিবা। [১৫] তেতিয়া যিৰিমিয়াই চিদিকিয়াক কলে, ময় যদি আপোনাক জনাওঁ, তেন্তে আপুনি মোক অৱশ্যে বধ নকৰিব নে? আৰু যদি আপোনাক পৰামৰ্শ দিওঁ, তেন্তে আপুনি মোৰ কথা নুশুনিব। [১৬] তাতে চিদিকিয়া ৰজাই গুপুতে যিৰিমিয়াৰ আগত শপথ কৰি কলে, আমাৰ এই জীৱাত্মাৰ সৃষ্টি-কৰ্ত্তা যিহোৱাৰ জীৱনৰ শপথ, ময় তোমাক বধ নকৰোঁ, আৰু তোমাৰ প্ৰাণ লবলৈ বিচাৰি ফুৰা এই লোকবিলাকৰ হাততো তোমাক সমৰ্পণ নকৰোঁ। [১৭] তেতিয়া যিৰিমিয়াই চিদিকিয়াক কলে, বাহিনীবিলাকৰ ঈশ্বৰ, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, যে, তুমি যদি বাহিৰ ওলাই বাবিলৰ ৰজাৰ প্ৰধান লোকবিলাকৰ ওচৰলৈ যোৱা, তেন্তে তোমাৰ প্ৰাণ থাকিব, আৰু এই নগৰ জুইৰে পোৰা নহব, আৰু তুমি সপৰিবাৰে জীয়াই থাকিবা। [১৮] কিন্তু যদি বাবিলৰ ৰজাৰ প্ৰধান লোকবিলাকৰ গুৰিলৈ নোযোৱা, তেন্তে এই নগৰ কলদীয়াবিলাকৰ হাতত সমৰ্পণ কৰা হব, আৰু সিহঁতে ইয়াক জুইৰে পুৰিব, আৰু তুমিও সিহঁতৰ হাতৰ পৰা উদ্ধাৰ নেপাবা। [১৯] তেতিয়া চিদিকিয়া ৰজাই যিৰিমিয়াক কলে, যি যিহুদী লোকবিলাক কলদীয়াবিলাকৰ কলীয়া হৈ গল, সিবিলাকলৈ ময় ভয় কৰোঁ, যে, কিজানি সিহঁতে মোক সিবিলাকৰ হাতত সমৰ্পণ কৰিব, তাতে সিবিলাকে মোক বিদ্ৰূপ কৰিব। [২০] কিন্তু যিৰিমিয়াই কলে, সিহঁতে আপোনাক সমৰ্পণ নকৰিব। বিনয় কৰোঁ, যি বিষয়ে ময় আপোনাক কৈছোঁ, সেই বিষয়ে আপুনি যিহোৱাৰ বাক্যলৈ কাণ দিওক; তাতে আপোনাৰ মঙ্গল হব, আৰু

আপোনাৰ প্ৰাণ বাঁচিব। ২১ কিন্তু যদি আপুনি সিহঁতৰ ওচৰলৈ যাবলৈ অসম্মত হয়, তেন্তে শুনোক, যিহোৱাই মোক জনোৱা কথাটো এই, ২২ দেখা, যিহূদাৰ ৰাজগৃহত অৱশিষ্ট থকা সকলো তিৰুতাক বাবিলৰ ৰজাৰ প্ৰধান লোকবিলাকৰ গুৰিলৈ নিয়া হব; আৰু দেখা, সেই তিৰুতাবিলাকে কব, তোমাৰ প্ৰণয়ৰ বন্ধুবিলাকে তোমাক ভুলাই তোমাৰ প্ৰবৃত্তি জন্মালে, এতিয়া তোমাৰ ভৰি বোকাত পোত যোৱা দেখি তোমাৰ পৰা বিমুখ হৈছে। ২৩ আৰু আপোনাৰ আটাই তিৰুতাক, আৰু আপোনাৰ সন্তানবিলাকক উলিয়াই কল্‌দীয়াবিলাকৰ গুৰিলৈ নিয়া হব; আপুনি সিহঁতৰ হাতৰ পৰা সাৰিব নোৱাৰিব, কিন্তু বাবিলৰ ৰজাৰ হাতত ধৰা পৰিব, আৰু আপুনি এই নগৰক জুইৰে পোড়াব। ২৪ পাছে চিদিকিয়াই যিৰিমিয়াক কলে, এইবোৰ কথা কোনেও বুজ নেপাওক; তাতে তুমি নমৰিবা। ২৫ কিন্তু যদি প্ৰধান লোকবিলাকে মই তোমাৰে সৈতে কথা হোৱা বাৰ্ত্তা পাই তোমাৰ গুৰিলৈ আহি কয়, যে, তুমি ৰজাক কি কলা, তাক আমাক কোৱা; আমাৰ পৰা তাক গুপুতে নেৰাখিবা, তাতে আমি তোমাক বধ নকৰিম, আৰু ৰজাই তোমাক কি কলে, তাকো কোৱা; ২৬ তেতিয়া তুমি তেওঁবিলাকক এই কথা কবা, যোনাথনৰ ঘৰত মৰিবৰ নিমিত্তে মোক আকৌ তালৈ নপঠাবলৈ মই ৰজাৰ আগত মিনতি জনাইছিলোঁ। ২৭ পাছে সকলো প্ৰধান লোকে যিৰিমিয়াৰ ওচৰলৈ আহি তেওঁক সুধিলে; তাতে তেওঁ, ৰজাই আজ্ঞা দিয়া সেই সকলো কথা অনুসাৰে সিবিলাকক কলে। এই হেতুকে সিবিলাকে তেওঁৰ লগত কথা হবলৈ এৰিলে; কিয়নো সিবিলাকে সেই কথাটো বুজ নেপালে। ২৮ তেতিয়াৰে পৰা যিৰূচালেম শত্ৰুৰ হাতত পৰা দিন নোহোৱালৈকে যিৰিমিয়া সেই প্ৰহৰীৰ চোঁতালত থাকিল।

### যিৰূচালেমৰ পতন।

পাছে যিৰূচালেম শত্ৰুৰ হাতত পৰা সময়ত, **৩৯** (যিহূদাৰ ৰজা চিদিকিয়াৰ ৰাজত্বৰ নৱম বছৰৰ দশম মাহত বাবিলৰ ৰজা নবূখদ্‌ৰেচৰ আৰু তেওঁৰ সকলো সৈন্যসামন্তই যিৰূচালেমৰ বিৰুদ্ধে আহি তাক অৱৰোধ কৰিলে। ২ পাছে চিদিকিয়াৰ ৰাজত্বৰ একাদশ বছৰৰ চতুৰ্থ মাহৰ নৱম দিনা নগৰৰ গড় ভাঙ্গি বাট কৰা হল।) ৩ বাবিলৰ ৰজাৰ আটাই প্ৰধান লোকবিলাক, অৰ্থাৎ নেৰ্গল-চৰেচৰ, চম্‌গৰ-নবো, প্ৰধান নপুংসক চৰ্চখীম, আৰু প্ৰধান গণক নেৰ্গল-চৰেচৰ আদি বাবিলৰ ৰজাৰ আটাই প্ৰধান লোকবিলাক সোমাই মধ্যম দুৱাৰত বহিল। ৪ পাছে যেতিয়া যিহূদাৰ ৰজা চিদিকিয়া আৰু সকলো যুদ্ধাৰু লোকে তেওঁবিলাকক সোমোৱা গম পালে, তেতিয়া সিবিলাক পলাই ৰজাৰ উদ্যানৰ বাটেদি, দুই গড়ৰ মাজত থকা দুৱাৰেদি নগৰৰ বাহিৰলৈ ৰাতিয়েই ওলাই গল; আৰু তেওঁ অৰাবাৰ বাটেদি ওলাই গল। ৫ কিন্তু কল্‌দীয়াবিলাকৰ সৈন্যসামন্তই সিবিলাকৰ পাছত খেদি গৈ যিৰীহোৰ সমথলত চিদিকিয়াক লগ পাই, তেওঁক ধৰি হমাৎ দেশৰ ৰিব্লালৈ বাবিলৰ ৰজা নবূখদ্‌ৰেচৰৰ গুৰিলৈ নিলে; তাতে তেওঁ তেওঁলৈ দণ্ডাজ্ঞা কৰিলে। ৬ পাছে বাবিলৰ ৰজাই ৰিব্লাত চিদিকিয়াৰ পুতেকবিলাকক তেওঁৰ চকুৰ আগতে বধ কৰিলে, আৰু বাবিলৰ ৰজাই যিহূদাৰ সকলো মুখ্য লোককো বধ কৰিলে। ৭ তাৰ বাহিৰে, তেওঁ চিদিকিয়াৰ চকু কাঢ়ি, তেওঁক বাবিললৈ লৈ যাবৰ নিমিত্তে শিকলিৰে বান্ধিলে। ৮ পাছে কল্‌দীয়াবিলাকে ৰাজগৃহ, আৰু প্ৰজাবিলাকৰ ঘৰবোৰ জুই দি পুৰিলে, আৰু যিৰূচালেমৰ গড়বোৰ ভাঙ্গি পেলালে। ৯ সেই সময়ত নবূজৰদান ৰক্ষক-সেনাপতিয়ে নগৰৰ বাকী থকা লোকবিলাকক, তেওঁৰ ফলীয়া হবলৈ পলাই যোৱাবিলাকক, আৰু আন আন অৱশিষ্ট লোকবিলাকক বন্দী কৰি বাবিললৈ লৈ গল। ১০ কিন্তু নবূজৰদান ৰক্ষক-সেনাপতিয়ে কেত্‌বিলাক একো নথকা দৰিদ্ৰ মানুহক যিহূদা দেশত অৱশিষ্ট ৰাখিলে, আৰু সেই কালত সিবিলাকক দ্ৰাক্ষাবাৰী আৰু মাটি দান কৰিলে। ১১ বাবিলৰ ৰজা নবূখদ্‌ৰেচৰে যিৰিমিয়াৰ বিষয়ে নবূজৰদান ৰক্ষক-সেনাপতিক এই আজ্ঞা দিলে, বোলে, ১২ তুমি তেওঁক গ্ৰহণ কৰি তেওঁলৈ কৃপাদৃষ্টি কৰিবা, তেওঁৰ কোনো অপকাৰ নকৰিবা; কিন্তু তেওঁ তোমাক যেনেকৈ

কব, তেওঁলৈ তেনেকৈ কৰিবা। [13]এই হেতুকে নবূজৰদান ৰক্ষক-সেনাপতি, প্ৰধান নপুংসক নবূচৰ্জ্‌বান, আৰু প্ৰধান গণক নেৰ্গল-চৰেচৰ আদি বাবিলৰ ৰজাৰ আটাই প্ৰধান বিষয়াবিলাকে মানুহ পঠাই প্ৰহৰীৰ চোঁতালৰ পৰা যিৰিমিয়াক আনি, [14] তেওঁক ঘৰলৈ লৈ যাবৰ নিমিত্তে চাফনৰ নাতিয়েক অহীকামৰ পুত্ৰ গদলিয়াৰ হাতত গতাই দিলে; তাতে তেওঁ লোকবিলাকৰ মাজত বাস কৰিলে।

[15] যিৰিমিয়া প্ৰহৰীৰ চোঁতালত বন্ধ থকা কালত তেওঁৰ ওচৰলৈ যিহোৱাৰ এই বাক্য আহিছিল, বোলে, [16] তুমি গৈ কূচীয়া এবদ-মেলকক কোৱা, ইস্রায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা, মঙ্গলৰ নিমিত্তে নহয়, অমঙ্গলৰ নিমিত্তেহে মই এই নগৰলৈ মোৰ বাক্য ফলিওৱাম, সেই দিনা তোমাৰ আগত সেইবোৰ ফলিয়াব। [17] কিন্তু, যিহোৱাই কৈছে, সেই দিনা মই তোমাক উদ্ধাৰ কৰিম; আৰু তুমি ভয় কৰা লোকবিলাকৰ হাতত তোমাক সমৰ্পণ কৰা নহব। [18] কিয়নো মই তোমাক অৱশ্যে উদ্ধাৰ কৰিম, তুমি তৰোৱালত পতিত নহবা, কিন্তু তুমি আপোন প্ৰাণ লুটদ্ৰব্যৰ নিচিনাকৈ লাভ কৰিবা; কাৰণ, যিহোৱাই কৈছে, তুমি মোত বিশ্বাস কৰিলা।

যিৰিমিয়াক মুক্ত কৰা। গদলিয়াক বধ কৰা।
লোকবিলাকে পলাই মিচৰলৈ যাত্ৰা কৰা।

**৪০** বাবিললৈ বন্দী কৰি লৈ যোৱা যিৰূচালেমৰ আৰু যিহূদাৰ লোকবিলাকৰ মাজত যিৰিমিয়াক নবূজৰদান ৰক্ষক-সেনাপতিয়ে শিকলিৰে বন্ধা পাই তেওঁক ৰামাৰ পৰা পঠাই দিয়াৰ পাছত যিহোৱাৰ পৰা যি বাক্য আহিছিল, সেই বাক্য। [2] ৰক্ষক-সেনাপতিয়ে যিৰিমিয়াক গ্ৰহণ কৰি কলে, তোমাৰ ঈশ্বৰ যিহোৱাই এই ঠাইৰ বিষয়ে এই অমঙ্গলৰ কথা কৈছিল, [3] আৰু যিহোৱাই তাক ঘটালে, আৰু আপোন বাক্য অনুসাৰে কাৰ্য্য কৰিলে; তোমালোকে যিহোৱাৰ অহিতে পাপ কৰিলা, আৰু তেওঁৰ বাক্য পালন নকৰিলা, এই নিমিত্তে তোমালোকলৈ এই ঘটনা ঘটিল। [4] এতিয়া দেখা, আজি মই তোমাক, তোমাৰ হাতত থকা শিকলিৰ পৰা মুক্ত কৰিলোঁ; তুমি যদি মোৰ লগত বাবিললৈ যাবলৈ ভাল দেখা, তেন্তে আহাঁ, মই তোমালৈ দৃষ্টি ৰাখিম; আৰু যদি মোৰ লগত বাবিললৈ যাবলৈ বেয়া দেখা, তেন্তে নেলাগে; দেখা, গোটেই দেশ তোমাৰ আগত আছে, যি ঠাইলৈ যোৱা তোমাৰ পক্ষে ভাল আৰু সুবিধাজনক, তালৈকে যোৱা। [5] যিৰিমিয়াই উত্তৰ নিদিয়া দেখি তেওঁ আকৌ কলে, তেন্তে যি জনক বাবিলৰ ৰজাই যিহূদাৰ নগৰবোৰৰ ওপৰত শাসনকৰ্ত্তা নিযুক্ত কৰিলে, চাফনৰ নাতিয়েক অহীকামৰ পুত্ৰ সেই গদলিয়াৰ ওচৰলৈ উলটি যোৱা, আৰু লোকবিলাকৰ মাজত তেওঁৰ লগত বাস কৰাগৈ, বা যি ঠাইলৈ যোৱা তোমাৰ পক্ষে সুবিধাজনক তালৈকে যোৱা; এই বুলি ৰক্ষক-সেনাপতিয়ে তেওঁক বাটৰ সমল আৰু উপহাৰ দি বিদায় কৰিলে। [6] তাতে যিৰিমিয়াই মিস্পালৈ অহীকামৰ পুত্ৰ গদলিয়াৰ ওচৰলৈ আহিল, আৰু দেশত অৱশিষ্ট থকা লোকবিলাকৰ মাজত তেওঁৰে সৈতে বাস কৰিলে।

[7] পাছে, বাবিলৰ ৰজাই অহীকামৰ পুত্ৰ গদলিয়াক দেশৰ শাসনকৰ্ত্তা পতা কথা, আৰু মটা, তিৰুতা, লৰা, ছোৱালী আদি বাবিললৈ বন্দী কৰি লৈ নোযোৱা দেশৰ কেত্‌বিলাক দুঃখীয়া মানুহক তেওঁৰ হাতত গতাই দিয়া কথা যেতিয়া নগৰৰ বাহিৰত থকা ফৌজৰ সেনাপতিবিলাকে, আৰু সিবিলাকৰ মানুহবিলাকে শুনিবলৈ পালে, [8] তেতিয়া সিবিলাকে, অৰ্থাৎ নথনিয়াৰ পুতেক ইশ্মায়েল, কাৰেহৰ দুজন পুতেক যোহানন আৰু যোনাথন, তনহূমতৰ পুতেক চৰায়া, নটোফাতীয়া এফয়ৰ পুতেক কেইজন, আৰু মাখাথীয়াৰ পুতেক যাজনিয়া আপোন আপোন মানুহবিলাকে সৈতে মিস্পালৈ গদলিয়াৰ ওচৰলৈ আহিল। [9] তাতে চাফনৰ নাতিয়েক অহীকামৰ পুত্ৰ গদলিয়াই সিবিলাকৰ আৰু সিবিলাকৰ মানুহবিলাকৰ আগত শপথ কৰি কলে, তোমালোকে কল্‌দীয়াবিলাকৰ অধীন হবলৈ ভয় নকৰিবা; দেশত বাস কৰি বাবিলৰ ৰজাৰ অধীন হোৱা, তাতে তোমালোকৰ মঙ্গল হব। [10] আৰু দেখা, মই হলে যি কল্‌দীয়াবিলাক আমাৰ ওচৰলৈ আহিব, সিবিলাকৰ আগত থিয়

হবলৈ মিস্পাত বাস কৰিম; কিন্তু তোমালোকে দ্ৰাক্ষাৰস, ফল, আৰু তেল গোটাই আপোন আপোন পাত্ৰত ৰাখা, আৰু তোমালোকে লোৱা আপোন আপোন নগৰত বাস কৰা। ১১ পাছে, বাবিলৰ ৰজাই যিহূদাৰ এটা অৱশিষ্ট ভাগ এৰি থোৱা কথা, আৰু সিবিলাকৰ ওপৰত চাফনৰ নাতিয়েক অহীকামৰ পুত্ৰ গদলিয়াক শাসনকৰ্ত্তা পতা কথা যেতিয়া মোৱাবত, অম্মোনৰ সন্তানবিলাকৰ মাজত, আৰু ইদোম আদি সকলো দেশত থকা আটাই যিহূদীবিলাকে শুনিবলৈ পালে, ১২ তেতিয়া, যি যি ঠাইলৈ সেই যিহূদীবিলাকক খেদাই দিয়া হৈছিল, সেই সকলো ঠাইৰ পৰা সিবিলাক সকলোৱেই যিহূদা দেশৰ মিস্পালৈ গদলিয়াৰ ওচৰলৈ উভটি আহিল, আৰু অধিক পৰিমাণে দ্ৰাক্ষাৰস আৰু ফল গোটালে।

১৩ পাছে কাৰেহৰ পুতেক যোহানন আদি নগৰৰ বাহিৰত থকা ফৌজৰ আটাইবিলাক সেনাপতিয়ে মিস্পালৈ গদলিয়াৰ ওচৰলৈ আহি তেওঁক কলে, ১৪ অম্মোনৰ সন্তানবিলাকৰ ৰজা বালীচে তোমাৰ প্ৰাণ লবলৈ নথনিয়াৰ পুতেক ইশ্মায়েলক পঠাইছে. তুমি তাক জানা নে? কিন্তু অহীকামৰ পুত্ৰ গদলিয়াই সিবিলাকৰ কথা বিশ্বাস নকৰিলে। ১৫ পাছে কাৰেহৰ পুতেক যোহাননে মিস্পাত গদলিয়াক গুপুতে কলে, মই মিনতি কৰোঁ, মোক যাবলৈ দিয়া, কোনো মানুহে নজনাকৈ মই নথনিয়াৰ পুতেক ইশ্মায়েলক বধ কৰোঁগৈ; সি কিয় তোমাৰ প্ৰাণ লব, আৰু তোমাৰ ওচৰত গোট খোৱা সকলো যিহূদী লোক ছিন্নভিন্ন হব, আৰু যিহূদাৰ অৱশিষ্ট ভাগ নষ্ট হব? ১৬ কিন্তু অহীকামৰ পুত্ৰ গদলিয়াই কাৰেহৰ পুতেক যোহাননক কলে, তুমি এনে কাম নকৰিবা; কিয়নো তুমি ইশ্মায়েলৰ বিষয়ে মিছা কথা কৈছা।

৪১ পাছে সপ্তম মাহত, ৰজাৰ প্ৰধান বিষয়াবিলাকৰ মাজত গণিত হোৱা ৰাজবংশীয় ইলীচামাৰ নাতিয়েক নথনিয়াৰ পুতেক ইশ্মায়েলে দহ জন মানুহ লগত লৈ, মিস্পালৈ অহীকামৰ পুত্ৰ গদলিয়াৰ ওচৰলৈ আহিল, আৰু সিবিলাকে মিস্পাত একেলগে ভোজন কৰিলে। ২ পাছে নথনিয়াৰ পুতেক ইশ্মায়েল আৰু তাৰ লগত থকা সেই দহ জন মানুহে উঠি, বাবিলৰ ৰজাই দেশৰ শাসনকৰ্ত্তা নিযুক্ত কৰা চাফনৰ নাতিয়েক অহীকামৰ পুত্ৰ সেই গদলিয়াক তৰোৱালেৰে বধ কৰিলে। ৩ আৰু মিস্পাত গদলিয়াৰ লগত থকা আটাই যিহূদীক, আৰু তাত পোৱা যুদ্ধাৰু কল্দীয়াবিলাককো ইশ্মায়েলে বধ কৰিলে। ৪ গদলিয়াক বধ কৰাৰ পাছদিনা, (তেতিয়া সেই কথা কোনো মানুহে জনা নাছিল) ৫ চিখিম, চীলো, আৰু চমৰিয়াৰ পৰা ডাঢ়ি খুৰুউৱা, পিন্ধা কাপৰ ছিৰা, আৰু আপোন আপোন গা কাটকুট কৰা আশী জন মানুহ যিহোৱাৰ গৃহত উৎসৰ্গ কৰিবলৈ হাতত নৈবেদ্য আৰু ধূপ লৈ আহিছিল। ৬ পাছে নথনিয়াৰ পুতেক ইশ্মায়েলে সিবিলাকৰ লগত সাক্ষাৎ কৰিবলৈ মিস্পাৰ পৰা কান্দি কান্দি ওলাই গল; আৰু সিবিলাকৰ সাক্ষাৎ হৈ সিবিলাকক কলে, অহীকামৰ পুত্ৰ গদলিয়াৰ ওচৰলৈ আহাঁ। ৭ তেতিয়া, সিবিলাক নগৰৰ মাজ ঠাইলৈ আহিলত, নথনিয়াৰ পুতেক ইশ্মায়েলে, আৰু তাৰ লগৰ সেই মানুহ কেইজনে সিবিলাকক বধ কৰি গাঁত্‌টোৰ ভিতৰত পেলাই দিলে। ৮ কিন্তু সিবিলাকৰ মাজত এনে দহ জন মানুহ পোৱা গৈছিল, যে, সিবিলাকে ইশ্মায়েলক কলে, আমাক বধ নকৰিবা, কিয়নো পথাৰত পুতি থোৱা আমাৰ ঘেঁহু, যৱ, তেল, আৰু মৌৰ ভঁৰাল আছে; এই বুলি কোৱাত ইশ্মায়েলে ক্ষান্ত হৈ সিবিলাকৰ ভায়েকবিলাকৰ মাজত সিবিলাকক বধ নকৰিলে। ৯ যি গাঁতত ইশ্মায়েলে নিজে বধ কৰা সকলো মানুহৰ মৰা শৱ গদলিয়াৰ শৱৰ কোষত পেলাই দিছিল, সেই গাঁত ইস্ৰায়েলৰ বাচা ৰজাৰ ভয়ত আচা ৰজাই খনোৱা গাঁত; নথনিয়াৰ পুতেক ইশ্মায়েলে তাকেই, বধ কৰা লোকৰ শৱেৰে পুৰ কৰিলে। ১০ পাছে ইশ্মায়েলে মিস্পাত অৱশিষ্ট থকা আটাই লোকক, নবূজৰদান ৰক্ষক-সেনাপতিয়ে অহীকামৰ পুত্ৰ গদলিয়াৰ হাতত গতাই দিয়া ৰাজবংশীয় জীয়াৰীবিলাক আদি কৰি মিস্পাত অৱশিষ্ট থকা সকলো লোকক বন্দী কৰি নিলে; নথনিয়াৰ পুতেক ইশ্মায়েলে সিবিলাকক বন্দী কৰি লৈ অম্মোনৰ সন্তানবিলাকৰ ওচৰলৈ যাবলৈ প্ৰস্থান কৰিলে।

[11] কিন্তু যেতিয়া কারেহর পুতেক যোহাননে, আরু তেওঁর লগত থকা ফৌজর সকলো সেনাপতিয়ে, নথনিয়ার পুতেক ইশ্মায়েলে করা আটাই কুকর্ম্মর কথা শুনিবলৈ পালে, [12] তেতিয়া সিবিলাকে সকলো মানুহক লগত লৈ নথনিয়ার পুতেক ইশ্মায়েলে সৈতে যুদ্ধ করিবলৈ গল, আরু গিবিয়োনত থকা বড় পুখুরির ওচরত তাক দেখা পালে। [13] পাছে যেতিয়া ইশ্মায়েলর লগত থকা সকলো লোকবিলাকে, কারেহর পুতেক যোহাননক আরু তেওঁর লগর ফৌজর সেনাপতিবিলাকক দেখিবলৈ পালে, তেতিয়া সিবিলাক আনন্দিত হল। [14] আরু ইশ্মায়েলে মিস্পার পরা বন্দী করি নিয়া সকলো লোকবিলাকে মুখ ঘূরাই কারেহর পুতেক যোহাননর শুরিলৈ উভটি আহিল। [15] কিন্তু নথনিয়ার পুতেক ইশ্মায়েল আঁঠোটা মানুহে সৈতে যোহাননর আগর পরা পলাই অম্মোনর সন্তানবিলাকর ওচরলৈ গল। [16] নথনিয়ার পুতেক ইশ্মায়েলে অহীকামর পুত্র গদলিয়াক বধ করার পাছে, তার হাতর পরা কারেহর পুতেক যোহাননে আরু তেওঁর লগর সেনাপতিবিলাকে যিবিলাক অবশিষ্ট মানুহ মিস্পার পরা একত্রাই ওভোটাই আনিলে, সিবিলাকক অর্থাৎ যুদ্ধ করিব পরা পুরুষবিলাকক, আরু গিবিয়োনর পরা অনা তিরুতা, লরা, আরু নপুংসকবিলাকক সিবিলাকে লগত ললে। [17] আরু সিবিলাকে গৈ, কল্‌দীয়াবিলাকর ভয়ত মিচরলৈ যাবর মনেরে বৈৎ-লেহমর কোষত থকা গেরুৎ-কিম্‌হমত বাস করিলে। [18] কিয়নো সিবিলাকে সিহঁতলৈ ভয় করিছিল; কারণ নথনিয়ার পুতেক ইশ্মায়েলে বাবিলর রজাই দেশর ওপরত শাসনকর্ত্তা নিযুক্ত করা অহীকামর পুত্র গদলিয়াক বধ করিছিল।

**৪২** পাছে কারেহর পুতেক যোহানন, হোচয়ার পুতেক যাজনিয়া আদি ফৌজর সকলো সেনাপতি, আরু সরুর পরা বড়লৈকে সকলো প্রজাই ওচর চাপি যিরিমিয়া ভাববাদীক কলে, [2] আমি কোন বাটেদি যোবা আরু কি কার্য্য করা উচিত, তাক তোমার ঈশ্বর যিহোবাই আমাক দেখুবাবর অর্থে, [3] তোমার আগত আমার নিবেদন গ্রাহ্য হওক, আরু তুমি তোমার ঈশ্বর যিহোবার আগত আমার নিমিত্তে, এই সকলো অবশিষ্ট লোকরেই নিমিত্তে প্রার্থনা করা; কিয়নো তুমি নিজ চকুরে দেখিছা, যে, অধিক লোকর পরা আমি অলপ মাথোন অবশিষ্ট আছোঁ। [4] তেতিয়া যিরিমিয়া ভাববাদীয়ে সিবিলাকক কলে, ময় তোমালোকর কথা শুনিলোঁ; দেখা, তোমালোকর বাক্য অনুসারে ময় তোমালোকর ঈশ্বর যিহোবার আগত প্রার্থনা করিম; আরু যিহোবাই তোমালোকলৈ যি যি উত্তর দিব, তার সকলো কথা তোমালোকক জনাম, তার একোকে তোমালোকর পরা গুপুতে নেরাখোঁ। [5] তাতে সিবিলাকে যিরিমিয়াক কলে, তোমার ঈশ্বর যিহোবাই তোমার দ্বারায় যি যি বাক্য আমালৈ কৈ পঠাব, সেই সকলো বাক্য অনুসারে আমি যদি কার্য্য নকরোঁ, তেন্তে যিহোবা আমার বিরুদ্ধে সত্য আরু বিশ্বাসী সাক্ষী হওক। [6] আমার ঈশ্বর যিহোবার বাক্য আমি পালন করিলে আমার মঙ্গল হবর নিমিত্তে, আমি যার ওচরলৈ তোমাক পঠালোঁ, আমার ঈশ্বর সেই যিহোবার বাক্য ভাল হওক বা বেয়া হওক, আমি তাক পালন করিম।

[7] পাছে দহ দিনর মূরত যিহোবার বাক্য যিরিমিয়ার ওচরলৈ আহিল। [8] তাতে তেওঁ কারেহর পুতেক যোহাননক আরু তেওঁর লগত থকা আটাই সেনাপতিক, আরু সরুর পরা বড়লৈকে সকলো প্রজাক মাতি আনি, [9] সিবিলাকক কলে, তোমালোকর নিবেদন জনাবলৈ যার ওচরলৈ মোক পঠাইছিলা, সেই ইস্রায়েলর ঈশ্বর যিহোবাই এই কথা কৈছে, [10] তোমালোকে যদি এতিয়াও এই দেশত বাস করা, তেন্তে ময় তোমালোকক পাতিম, নেভাঙিম, তোমালোকক রুম, মুঘালিম; কিয়নো তোমালোকর যি অমঙ্গল করিছোঁ, সেই বিষয়ে ময় ক্ষান্ত হলোঁ। [11] যার পরা তোমালোকে ভয় পাইছা, সেই বাবিলর রজালৈ ভয় নকরিবা; যিহোবাই কৈছে, তেওঁলৈ ভয় নকরিবা; কিয়নো তোমালোকক নিস্তার করিবলৈ, আরু তেওঁর হাতর পরা তোমালোকক উদ্ধার করিবলৈ ময় তোমালোকর লগত আছোঁ। [12] আরু ময় তোমালোকক করুণা দান করিম; তাতে তেওঁ তোমালোকক দয়া করি তোমালোকর

দেশলৈ তোমালোকক উলটি যাব দিব। [১৩] কিন্তু, আমি এই দেশত বাস নকৰোঁ, এই বুলি কৈ যদি তোমালোকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ বাক্য নুশুনা, [১৪] আৰু যদি তোমালোকে কোৱা, যে, সেয়ে নহব, আমি য'ত ৰণ নেদেখিম, শিঙ্গাৰ শবদ নুশুনিম, আৰু আহাৰৰ অভাৱত ক্ষুধাতুৰ নহম, সেই মিচৰ দেশত আমি সোমামগৈ, আৰু আমি তাত বাস কৰিম, [১৫] তেন্তে, হে যিহূদাৰ অৱশিষ্ট ভাগ, তোমালোকে যিহোৱাৰ বাক্য শুনা; ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, [১৬] তোমালোকে যদি মিচৰত সোমাবলৈ একেবাৰে সেই ফালে মুখ কৰা, আৰু তাত বাস কৰিবলৈ যোৱা, তেন্তে তোমালোকে যি তৰোৱাললৈ ভয় কৰিছা, সেই তৰোৱালে মিচৰ দেশতেই তোমালোকক লগ পাব, আৰু যি দুৰ্ভিক্ষলৈ তোমালোকে ত্ৰাস পাইছা, সেই দুৰ্ভিক্ষই মিচৰ দেশতেই তোমালোকক ঢুকি পাব, আৰু তোমালোক তাতে মৰিবা। [১৭] যিবিলাক লোকে প্ৰবাস কৰিবৰ অৰ্থে মিচৰত সোমাবলৈ মুখ কৰিব, সিবিলাক সকলোৰে সেই দশা হব; সিবিলাক তৰোৱাল, আকাল, আৰু মহামাৰীৰ দ্বাৰায় মৰা পৰিব; আৰু ময় সিবিলাকলৈ যি অমঙ্গল ঘটাম, তাৰ পৰা সিবিলাকৰ কোনেও উদ্ধাৰ কি ৰক্ষা নেপাব। [১৮] কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, যিৰূচালেম-নিবাসীবিলাকৰ ওপৰত যেনেকৈ মোৰ ক্ৰোধ আৰু কোপ ঢালি দিয়া হৈছিল, তেনেকৈ তোমালোকে মিচৰ দেশত সোমোৱা সময়ত তোমালোকৰ ওপৰতো মোৰ ক্ৰোধ ঢালি দিয়া হব; আৰু তোমালোক শাও, বিস্ময়, অভিশাপ, আৰু নিন্দাৰ বিষয় হবা; তোমালোকে এই ঠাই আৰু দেখিবলৈ নেপাবা। [১৯] হে যিহূদাৰ অৱশিষ্ট ভাগ, তোমালোকক যিহোৱাই কলে; তোমালোক মিচৰত নোসোমাবা; ময় আজি তোমালোকক সতৰ্ক কৰিলোঁ, ইয়াক নিশ্চয়ে জানিবা। [২০] কিয়নো তোমালোকে আপোনাবিলাকৰ বিৰুদ্ধে আপোনাবিলাকক ভ্ৰান্ত কৰিলা; কাৰণ তোমালোকে মোক আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ গুৰিলৈ পঠাই কৈছিলা, যে, তুমি আমাৰ নিমিত্তে আমাৰ ঈশ্বৰ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰা; তাতে, আমাৰ ঈশ্বৰ যিহোৱাই যি যি কব, সেই দৰে তুমি আমাক জনাবা, আমি তাক কৰিম। [২১] পাছে আজি ময় তোমালোকক তাক জনালোঁ; কিন্তু যি বিষয়ে তোমালোকৰ ঈশ্বৰ যিহোৱাই মোক তোমালোকৰ ওচৰলৈ পঠাইছিল, সেই বিষয়ৰ কোনো কথাত, তেওঁৰ বাক্যলৈ তোমালোকে কাণ দিয়া নাই। [২২] এতেকে এতিয়া নিশ্চয়ে জানিবা, যে, তোমালোকে প্ৰবাস কৰিবৰ অৰ্থে যি ঠাইলৈ যাব খুজিছা, সেই ঠাইত তৰোৱাল, আকাল, আৰু মহামাৰীৰ দ্বাৰায় মৰা পৰিবা।

**৪৩** আটাই লোকবিলাকৰ আগত কবৰ নিমিত্তে সিবিলাকৰ ঈশ্বৰ যিহোৱাই যিৰিমিয়াৰ দ্বাৰায় যি যি বাক্য সিবিলাকলৈ কৈ পঠাইছিল, যিৰিমিয়াই সিবিলাকৰ ঈশ্বৰ যিহোৱাৰ সেই সকলো বাক্য সিবিলাক সকলোৰে আগত কৈ এঁটালত, [২] হোচয়াৰ পুতেক অজৰিয়া, আৰু কাৰেহৰ পুতেক যোহানন আদি সকলো গৰ্ব্বী মানুহবিলাকে যিৰিমিয়াক কলে, তুমি মিছাকৈ কৈছা। প্ৰবাস কৰিবৰ অৰ্থে তোমালোকে মিচৰত নোসোমাবা, এই বুলি কবলৈ আমাৰ ঈশ্বৰ যিহোৱাই তোমাক পঠোৱা নাই; [৩] কিন্তু আমাক বধ কৰিবলৈ, আৰু বাবিললৈ, আমাক বন্দী কৰি লৈ যাবলৈ কল্‌দীয়াইঁতৰ হাতত সোধাই দিবৰ মনেৰে নেৰিয়াৰ পুতেক বাৰুকে আমাৰ অহিতে তোমাক বুদ্ধি দিছে। [৪] এই হেতুকে কাৰেহৰ পুতেক যোহানন আদি ফৌজৰ কোনো সেনাপতিয়ে, আৰু প্ৰজাবিলাকৰ কোনেও যিহূদা দেশত বাস কৰিবলৈ যিহোৱাৰ বাক্যলৈ কাণ নিদিলে। [৫] কিন্তু যি যি জাতিৰ মাজলৈ যিহূদাৰ লোকবিলাকক খেদাই দিয়া হৈছিল, যিহূদা দেশত প্ৰবাস কৰিবলৈ, সেই সেই জাতিৰ পৰা উভটি অহা যিহূদাৰ আটাই অৱশিষ্ট ভাগক, [৬] অৰ্থাৎ মটা, তিৰুতা, লৰা, ছোৱালী, আৰু ৰাজকুমাৰী আদি চাকনৰ নাতিয়েক অহীকামৰ পুত্ৰ গদলিয়াৰ হাতত নবূজৰদান ৰক্ষক-সেনাপতিয়ে গতাই দিয়া সকলো মানুহক, যিৰিমিয়া ভাববাদীক, আৰু নেৰিয়াৰ পুত্ৰ বাৰুকক কাৰেহৰ পুতেক যোহানন আৰু ফৌজৰ• আন সকলো সেনাপতিয়ে লগত

লৈ গল; আৰু সিবিলাক মিচৰ দেশত সোমাল; [৭] কিয়নো সিবিলাকে যিহোৱাৰ বাক্যলৈ কাণ নিদিলে; আৰু সিবিলাক তহ্‌পন্‌হেচলৈকে গল।

[৮] তেতিয়া তহ্‌পন্‌হেচত যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে, [৯] তুমি আপোন হাতত গোটাদিয়েক ডাঙৰ শিল লৈ, তহ্‌পন্‌হেচত ফৰৌণৰ ৰাজগৃহলৈ সোমোৱা ঠাইত যি ইটাৰ গাঁথনি আছে, তাৰ চুৰ্কিৰ মাজত যিহুদী লোকৰ সাক্ষাতে সেই শিলবোৰ পুতি সিবিলাকক কবা, [১০] ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা, ময় দূত পঠাই আপোন দাস বাবিলৰ ৰজা নবূখদ্‌ৰেচৰক অনাম, আৰু ময় পুতি থোৱা এই শিলবোৰৰ ওপৰত তেওঁৰ সিংহাসন স্থাপন কৰিম; আৰু তেওঁ তাৰ ওপৰত আপোনাৰ ৰাজকীয় চন্দ্ৰতাপ তৰিব। [১১] তেওঁ আহি মিচৰক আঘাত কৰিব; আৰু মৃত্যুৰ নিমিত্তে নিৰূপিত লোক মৃত্যুলৈ, বন্দী-অৱস্থালৈ নিৰূপিত লোক বন্দী-অৱস্থালৈ, আৰু তৰোৱাললৈ নিৰূপিত লোক তৰোৱাললৈ সমৰ্পিত হব। [১২] আৰু ময় মিচৰৰ দেৱতাবোৰৰ ঘৰত জুই লগাম; তেওঁ সেইবোৰৰ কেত্‌বোৰ দগ্ধ কৰিব, আৰু কেত্‌বোৰক বন্দী কৰি লৈ যাব; আৰু মেৰ-ৰখীয়াই আপোনাৰ গাত কাপৰ লোৱাদি তেওঁ এই মিচৰ দেশেৰে আপোনাকে সজ্জিত কৰিব; পাছে তেওঁ এই ঠাইৰ পৰা কুশলে ওলাই যাব। [১৩] তেওঁ মিচৰ দেশত থকা বৈৎ-চেমচৰ স্তম্ভবোৰো ভাঙিব, আৰু মিচৰৰ দেৱতাবোৰৰ ঘৰবোৰ জুই দি পুৰিব।

### মিচৰত থকা যিহুদীবিলাকৰ বিৰুদ্ধে যিৰিমিয়াই তাত কোৱা ভাববাণী।

**৪৪** মিগ্‌দোলত, তহ্‌পন্‌হেচত, নোফত, আৰু পথ্ৰোচ প্ৰদেশত থকা মিচৰদেশ-নিবাসী সকলো যিহুদীবিলাকৰ বিষয়ে যিৰিমিয়াৰ ওচৰলৈ অহা বাক্য। [২] ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, যিৰূচালেমলৈ আৰু যিহুদাৰ আটাই নগৰলৈ ময় ঘটোৱা সকলো অমঙ্গল তোমালোকে দেখিলা; দেখা, সেইবোৰ আজি উচ্ছন্ন হোৱা ঠাই, সেইবোৰৰ মাজত কোনেও বাস নকৰে। [৩] ধূপ জ্বলাবলৈ, আৰু সিবিলাকে, বা তোমালোকে, বা তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকেও নজনা ইতৰ দেৱতাবোৰক সেৱাপূজা কৰিবলৈ যোৱাৰ দ্বাৰায় মোক বেজাৰ দিবলৈ সিবিলাকে কৰা দুষ্কৰ্ম্মই ইয়াৰ কাৰণ। [৪] তথাপি ময় প্ৰভাতে উঠি মোৰ আটাই দাস ভাববাদীবিলাকক তোমালোকৰ ওচৰলৈ পঠাই কোৱাইছিলোঁ, যে, তোমালোকে মোৰ ঘিণলগীয়া এই গৰ্হিত কাৰ্য্য নকৰিবা। [৫] কিন্তু সিবিলাকে নুশুনিলে, আৰু আপোন আপোন দুষ্টতাৰ পৰা ঘূৰিবলৈ, ইতৰ দেৱতাবোৰৰ উদ্দেশে ধূপ নজ্বলাবলৈ সিবিলাকে কাণ নেপাতিলে। [৬] এই নিমিত্তে মোৰ ক্ৰোধ আৰু কোপৰূপ অগ্নি বৰষিলে, আৰু যিহুদাৰ নগৰবোৰত, আৰু যিৰূচালেমৰ আলিবোৰত সেয়ে জ্বলিল; আজি তোমালোকে দেখাৰ দৰে, সেইবোৰক উচ্ছন্ন আৰু ধ্বংস কৰা হৈছে। [৭] এই হেতুকে এতিয়া ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, তোমালোক উচ্ছন্ন হবলৈ, আৰু পৃথিবীৰ সকলো জাতিৰ মাজত অভিশাপ আৰু ধিক্কাৰৰ বিষয় হবলৈ, তোমালোকে প্ৰবাস কৰিবলৈ অহা এই মিচৰ দেশত ইতৰ দেৱতাবোৰৰ উদ্দেশে ধূপ জ্বলাই তোমালোকৰ হাতৰ কাৰ্য্যেৰে মোক বেজাৰ দি, [৮] তোমালোকৰ কোনো অৱশিষ্ট নথকাকৈ, যিহুদাৰ মাজৰ পৰা তোমালোকৰ সম্পৰ্কীয় মতা, তিৰুতা, লৰা, আৰু পিয়াহ খোৱা কেঁচুৱাক উচ্ছন্ন কৰিবলৈ, তোমালোকে কিয় আপোন আপোন প্ৰাণৰ বিৰুদ্ধে এই মহাপাপ কৰিছা? [৯] যিহুদা দেশত আৰু যিৰূচালেমৰ আলিত কৰা তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰ, যিহুদাৰ ৰজাবিলাকৰ, সিবিলাকৰ ভাৰ্য্যাবিলাকৰ, আৰু তোমালোকৰ নিজৰ নিজৰ দুষ্কৰ্ম্ম, আৰু তোমালোকৰ ভাৰ্য্যাবিলাকৰ দুষ্কৰ্ম্ম পাহৰিলা নে? [১০] সিবিলাকে আজিলৈকে নম্ৰ হোৱা নাই, ভয়ো কৰা নাই, আৰু তোমালোকৰ ও তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰ আগত ময় স্থাপন কৰা মোৰ ব্যৱস্থা কি বিধিবোৰৰ দৰে চলা নাই। [১১] এই হেতুকে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা, ময় অমঙ্গল কৰিবলৈ, এনে কি,

গোটেই যিহূদাক উচ্ছন্ন করিবলৈ তোমালোকর ফাললৈ মুখ করিম। [১২] আরু এই মিচর দেশত প্রবাস করিবর অর্থে ইয়াত সোমাবলৈ মুখ করা যিহূদার অবশিষ্ট ভাগক ময় ধরিম, তাতে সিবিলাকর সকলো উচ্ছন্ন হব; সিবিলাক এই মিচর দেশতেই পতিত হব; সিবিলাক তরোবাল আরু আকালর দ্বারায় নষ্ট হব; সরুর পরা বডলৈকে সিবিলাক তরোবালত আরু দুর্ভিক্ষত মরা পড়িব; আরু সিবিলাক শাও, বিস্ময়, অভিশাপ, আরু ধিক্কারর বিষয় হব। [১৩] কিয়নো যেনেকৈ ময় তরোবাল, আকাল, আরু মহামারীর দ্বারায় যিরূচালেমক দণ্ড দিলোঁ, তেনেকৈ এই মিচর দেশত প্রবাস করাবিলাককো দণ্ড দিম। [১৪] তাতে এই মিচর দেশত প্রবাস করিবলৈ অহা যিহূদার অবশিষ্ট ভাগে যি যিহূদাত বাস করিবর নিমিত্তে উলটি যাবলৈ ইচ্ছা করিছে, সেই যিহূদালৈ উলটি যাবর নিমিত্তে, সিবিলাকর কোনেও রক্ষা নেপাব, বা অবশিষ্ট নেথাকিব; কিয়নো পলরীয়াবিলাকর বাহিরে কোনেও উলটি নেযাব।

[১৫] পাছে যি সকলো পুরুষে, সিবিলাকর তিরুতাবিলাকে ইতর দেবতাবোরর উদ্দেশে ধূপ জলাইছে বুলি জানিছিল, সিবিলাকে, আরু ওচরত থকা তিরুতাবিলাকর মহাসমাজে, অর্থাৎ মিচর দেশত থকা আটাই লোকবিলাকে পথ্রোচত যিরিমিয়াক উত্তর দি কলে, [১৬] তুমি যিহোবার নামেরে আমাক কোৱা বাক্যর বিষয়ে হলে, আমি তোমালৈ কাণ নিদিওঁ। [১৭] কিন্তু আমি আরু আমার পূর্ব্বপুরুষবিলাক, আমার রজা আরু প্রধান লোকবিলাকে যিহূদার নগরবোরত আরু যিরূচালেমর আলিত যেনেকৈ করিছিলোঁ, তেনেকৈ আকাশর রাণীর উদ্দেশে ধূপ জলাবলৈ, আরু তেওঁর উদ্দেশে পেয় নৈবেদ্য ঢালিবলৈ আমার মুখর পরা ওলোৱা প্রত্যেক বাক্য আমি নিশ্চয়ে সিদ্ধ করিম; কারণ সেই কালত আমার আহার অধিক আছিল, আরু আমি কুশলে আছিলোঁ, কোনো অমঙ্গল নেদেখিছিলোঁ। [১৮] কিন্তু যেতিয়ারে পরা আমি আকাশর রাণীর উদ্দেশে ধূপ জলাবলৈ আরু পেয় নৈবেদ্য ঢালিবলৈ এরিলোঁ, তেতিয়ারে পরা আমার আটাই বস্তুর অভাব হল, আরু তরোবাল ও দুর্ভিক্ষর দ্বারায় আমার সর্ব্বনাশ হল। [১৯] আমি যেতিয়া আকাশর রাণীর উদ্দেশে ধূপ জলাওঁ, আরু তেওঁর উদ্দেশে পেয় নৈবেদ্য ঢালোঁ, তেতিয়া জানো আপোন আপোন স্বামীর বিনা-অনুমতিরে তেওঁক সেবাপূজা করিবর অর্থে আমি তেওঁর উদ্দেশে পিঠা বনাওঁ, আরু তেওঁর উদ্দেশে পেয় নৈবেদ্য ঢালোঁ? [২০] তেতিয়া যিরিমিয়াই আটাই লোকবিলাকক, তেওঁক উত্তর দিয়া মতা তিরুতা আদি সকলো লোকবিলাকক এই কথা কলে, [২১] যিহূদার নগরবোরত আরু যিরূচালেমর আলিত, তোমালোক, তোমালোকর পূর্ব্বপুরুষবিলাক, তোমালোকর রজা, তোমালোকর প্রধান লোকবিলাক, আরু দেশর প্রজাবিলাকে যি ধূপদাহ করিছিলা, সেই ধূপদাহ জানো যিহোবাই সোঁবরণ করা নাই? আরু সেয়ে জানো তেওঁর মনত পড়া নাই? [২২] এই কারণে যিহোবাই তোমালোকর দুষ্কর্ম্মর নিমিত্তে, আরু তোমালোকে করা ঘিণলগীয়া কার্য্যর নিমিত্তে আরু সহি থাকিব নোৱারিলে; এই হেতুকে তোমালোকে আজি দেখার দরে, তোমালোকর দেশ নিবাসীশূন্য হৈ, ধ্বংসস্থান আরু বিস্ময় ও শাওর বিষয় হল। [২৩] তোমালোকে ধূপ জলালা, যিহোবার বিরুদ্ধে পাপ করিলা, যিহোবার বাক্যলৈ কাণ নিদিলা, তেওঁর ব্যবস্থা, বিধি, কি সাক্ষ্য অনুসারে নচলিলা; এই নিমিত্তে আজি দেখার দরে তোমালোকলৈ এই অমঙ্গল ঘটিল।

[২৪] তাত বাজে যিরিমিয়াই সকলো লোকবিলাকক আরু সকলো তিরুতাক কলে, হে মিচর দেশত থকা আটাই যিহূদী লোকবিলাক, যিহোবার বাক্য শুনা; [২৫] ইস্রায়েলর ঈশ্বর বাহিনীবিলাকর যিহোবাই এই কথা কৈছে, আমি আকাশর রাণীর উদ্দেশে ধূপ জলাবলৈ, আরু তেওঁর উদ্দেশে পেয় নৈবেদ্য ঢালিবলৈ আমি করা সঙ্কল্পবোর অবশ্যে সিদ্ধ করিম, এই বুলি কৈ তোমালোকে, আরু তোমালোকর তিরুতাবিলাকে মুখেরে কথা কলা, আরু হাতেরে তাক সিদ্ধও করিছা; বারু, তোমালোকর সঙ্কল্প সিদ্ধ করা, আরু তোমালোকে আপোনাবিলাকর সঙ্কল্প সাফল করা। [২৬] এই হেতুকে, হে মিচর দেশত থকা আটাই যিহূদী লোকবিলাক, যিহো-

ৱাৰ বাক্য শুনা; যিহোৱাই কৈছে, দেখা, মই আপোন মহা-নাম লৈ শপথ কৰিছোঁ, যে, যিহোৱাৰ জীৱনৰ শপথ বুলি কৈ এই গোটেই মিচৰ দেশত কোনো যিহূদী মানুহে মোৰ নাম আৰু মুখত নানিব। [২৭] দেখা, সিবিলাকৰ মঙ্গলৰ নিমিত্তে নহয়, কিন্তু অমঙ্গলৰ নিমিত্তেহে মই সিবিলাকলৈ জাগি থাকিম; আৰু এই মিচৰ দেশত থকা সকলো যিহূদী লোকক তৰোৱাল আৰু আকালৰ দ্বাৰায় নিঃশেষে বিনষ্ট কৰা হব। [২৮] আৰু তৰোৱালৰ পৰা ৰক্ষা পোৱা অতি অলপ মানুহ এই মিচৰ দেশৰ পৰা যিহূদা দেশলৈ উলটি যাব; তাতে মোৰ নে সিবিলাকৰ, কাৰ বাক্য ৰব, এই মিচৰ দেশত প্ৰবাস কৰিবৰ অৰ্থে ইয়াত সোমোৱা আটাই অৱশিষ্ট যিহূদী লোকবিলাকে তাক জানিব। [২৯] যিহোৱাই কৈছে, তোমালোকৰ অমঙ্গলৰ নিমিত্তেহে যে মোৰ বাক্য অৱশ্যে ফলিয়াব, তাক তোমালোকে জানিবৰ নিমিত্তে, মই যে এই ঠাইত তোমালোকক দণ্ড দিম, তাৰ প্ৰমাণৰ অৰ্থে এয়ে তোমালোকলৈ চিন হব; [৩০] যিহোৱাই এই কথা কৈছে, দেখা, মই যেনেকৈ যিহূদাৰ চিদিকিয়া ৰজাক তেওঁৰ প্ৰাণ লবলৈ বিচৰা তেওঁৰ শত্ৰু বাবিলৰ ৰজা নবূখদ্‌ৰেচৰৰ হাতত সমৰ্পণ কৰিছিলোঁ, তেনেকৈ মই মিচৰৰ ৰজা ফৰৌণ-হফ্ৰাকো তেওঁৰ প্ৰাণ লবলৈ বিচৰা শত্ৰুবোৰৰ হাতত সমৰ্পণ কৰিম।

বাৰূকক দিয়া আশ্বাসৰ বাক্য।

**৪৫** যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহোয়াকীমৰ ৰাজত্বৰ চতুৰ্থ বছৰত, নেৰিয়াৰ পুত্ৰ বাৰূকে এইবোৰ কথা যিৰিমিয়াৰ মুখৰ পৰা পুথী এখনিত লিখা সময়ত, যিৰিমিয়া ভাববাদীয়ে তেওঁক এই কথা কলে, [২] হে বাৰূক, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই তোমাক এই ৰূপে কৈছে, [৩] তুমি কলা, যে, হায় হায়, মই সন্তাপৰ পাত্ৰ! কিয়নো যিহোৱাই মোৰ বেদনাতে শোক লগ লগাই দিছে; মই কেঁকাই কেঁকাই ক্লান্ত হৈছোঁ, অলপো জিৰণি নেপাওঁ। [৪] তুমি তেওঁক কোৱা, যিহোৱাই এই কথা কৈছে, দেখা, মই যি সাজিলোঁ, তাক ভাঙিম, আৰু মই যি ৰুলোঁ, তাক উঘালিম, আৰু গোটেই দেশত এনেকৈয়ে কৰিম। [৫] তেন্তে তুমি নিজৰ নিমিত্তে মহত্ব বিচাৰিছা নে? সেইবোৰ নিবিচাৰিবা; কিয়নো, যিহোৱাই কৈছে, মই সকলো মৰ্ত্ত্যলৈ অমঙ্গল ঘটাম; কিন্তু তুমি যি যি ঠাইলৈ যাবা, সেই সেই ঠাইত মই তোমাক লুটদ্ৰব্যস্বৰূপে তোমাৰ প্ৰাণ দান কৰিম।

জাতিবিলাকৰ বিষয়ে ভাববাণী।
মিচৰৰ বিষয়।

**৪৬** জাতিবিলাকৰ বিষয়ে যিৰিমিয়া ভাববাদীৰ ওচৰলৈ অহা যিহোৱাৰ বাক্য।

[২] মিচৰৰ বিষয়। যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহোয়াকীমৰ ৰাজত্বৰ চতুৰ্থ বছৰত বাবিলৰ ৰজা নবূখদ্‌ৰেচৰে পৰাজয় কৰা ফৰাৎ নদীৰ পাৰৰ কৰ্কমীচত থকা মিচৰীয়া ৰজা ফৰৌণ-নখোৰ সৈন্যসামন্তৰ বিষয়।

[৩] তোমালোকে ঢাল আৰু ফৰ যুগুত কৰা, আৰু যুদ্ধ কৰিবৰ নিমিত্তে ওচৰ চাপা। [৪] হে অশ্বাৰোহিবিলাক, ঘোঁৰাবোৰ সজোৱা, ঘোঁৰাত উঠা, আৰু শিৰোৰক্ষক টুপি পিন্ধি, আগলৈ গৈ থিয় হোৱা, বড়শা জকমকোওৱা, কৱচ পিন্ধা। [৫] মই কিয় এনেকুৱা দেখিছোঁ? সিহঁত ব্যাকুল হৈছে, পাছ হুঁহকি গৈছে; সিহঁতৰ বীৰবিলাকে বিহ্বল হৈ বেগাই পলাইছে, আৰু পাছলৈ নেচায়; যিহোৱাই কৈছে, চাৰিওফালে ত্ৰাস। [৬] বেগী লোক পলাই যাব নোৱাৰে, বীৰ সাৰিব নোৱাৰে; উত্তৰফালে ফৰাৎ নদীৰ পাৰত সিহঁতে উজুটি খাই পড়িছে। [৭] যাৰ জলসমূহে নৈবোৰৰ নিচিনাকৈ আস্ফালন কৰিছে, নীল নদীৰ নিচিনাকৈ বাঢ়ি অহা সৌ জন কোন? [৮] মিচৰ নীল নদীৰ নিচিনাকৈ বাঢ়ি আহিছে, আৰু তাৰ জলসমূহে নদীবোৰৰ নিচিনাকৈ আস্ফালন কৰিছে; আৰু সি কৈছে, মই বাঢ়ি পৃথিবী তল নিয়াম, নগৰ আৰু তাৰ নিবাসীবিলাকক নষ্ট কৰিম। [৯] হে ঘোঁৰাবিলাক, উঠি যোৱা; হে ৰথবিলাক, বাতুলৰ নিচিনাকৈ লৰি যোৱা; বীৰবিলাক, ঢালধাৰী কূচ আৰু পূট, আৰু ধনুৰ্দ্ধৰ ও ধনুত জোঁৰ দিয়া লূদীয়া লোকবিলাক বাহিৰ ওলাওক। [১০] কিয়নো এই দিন বাহিনীবিলাকৰ প্ৰভু যিহোৱাৰ দিন, তেওঁৰ শত্ৰুবোৰক প্ৰতিফল দিবলৈ শত্ৰুৰ প্ৰতিকাৰ

লখা দিব; তৰোৱালে গ্ৰাস কৰি হেপাহ পলোৱাব, আৰু সিহঁতৰ তেজ পান কৰি পৰিতৃপ্ত হব; কিয়নো উত্তৰ দেশত ফৰাৎ নদীৰ পাৰত বাহিনীবিলাকৰ প্ৰভু যিহোৱাৰ এক যজ্ঞ হৈছে। ১১ হে কুমাৰী মিচৰ-জীয়াৰী, তুমি গিলিয়দলৈ উঠি গৈ সুস্থজনক গছৰ ৰস লোৱা; তুমি বৃথায় অনেক ঔষধ ব্যৱহাৰ কৰিছা, তোমাৰ সুস্থতা নাই। ১২ জাতিবোৰে তোমাৰ অপমানৰ কথা শুনিছে, আৰু তোমাৰ চিঁয়ৰৰ শবদেৰে পৃথিবী পৰিপূৰ্ণ হৈছে; কিয়নো বীৰে বীৰত খুন্দা খাই দুয়ো একেলগে পতিত হল।

১৩ বাবিলৰ ৰজা নবূখদ্‌ৰেচৰে আহি মিচৰ দেশ পৰাজয় কৰিবৰ বিষয়ে যিৰিমিয়া ভাববাদীক কোৱা যিহোৱাৰ বাক্য।

১৪ তোমালোকে মিচৰত প্ৰচাৰ কৰা, মিগ্‌দোলত ঘোষণা কৰা, নোফ আৰু তহ্‌পন্‌হেচত ঘোষণা কৰা। তোমালোকে কোৱা, "তুমি আগবৈ গৈ থিয় হোৱা, আপোনাকে যুগুত কৰা; কিয়নো তৰোৱালে তোমাৰ চাৰিওফালে গ্ৰাস কৰিছে।" ১৫ তোমাৰ বলৱান জনক কেলেই পেলোৱা হল? সি থিয় হৈ নেথাকিল; কিয়নো যিহোৱাই তাক পেলালে। ১৬ তেওঁ অনেকক উজুটি খুৱালে, এনে কি সিহঁত পৰস্পৰে পড়াপড়ি হল; আৰু সিহঁতে কলে, উঠা, আমি এই সংহাৰক তৰোৱালৰ মুখৰ পৰা আপোন জাতিৰ ওচৰলৈ আৰু আমাৰ জন্মদেশলৈ উলটি যাওঁহঁক। ১৭ সিহঁতে তাত চিঁয়ৰি কলে, মিচৰৰ ৰজা ফৰৌণৰ সৰ্ব্বনাশ হল; তেওঁ উপযুক্ত সময় বৃথায় নষ্ট কৰিলে। ১৮ বাহিনীবিলাকৰ যিহোৱা নামেৰে প্ৰখ্যাত ৰজাই কৈছে, মোৰ জীৱনৰ শপথ, পৰ্ব্বতবোৰৰ মাজত তাবোৰ যেনে, আৰু সমুদ্ৰৰ পাৰত থকা কৰ্ম্মিল যেনে, নিশ্চয়ে তেওঁ তেনে হৈ আহিব। ১৯ হে মিচৰ-নিবাসিনী জীয়াৰী, বন্দী-অৱস্থালৈ যাবৰ নিমিত্তে আপোনাৰ প্ৰয়োজনীয় বস্তু লোৱা; কিয়নো নোফ উচ্ছন্ন ঠাই হব, দগ্ধ আৰু নিবাসীশূন্য হব। ২০ মিচৰ অতি সুন্দৰী চেঁউৰী গৰু; কিন্তু উত্তৰ দিশৰ পৰা এটা ডাঁহ আহিল, পালেহি। ২১ তাইৰ মাজত থকা তাইৰ বেচ খোৱাবোৰ হৃষ্টপুষ্ট দামুৰিৰ নিচিনা; কিয়নো সিহঁতো বিমুখ হৈ গৈছে, একেবাৰে পলাইছে, থিয়কেই নিদিলে; কাৰণ সিহঁতৰ আপদৰ দিন, সিহঁতৰ দণ্ডৰ সময় সিহঁতৰ ওচৰত উপস্থিত। ২২ পলাই যাওঁতে, তাইৰ শবদ সাপ যোৱা শবদৰ নিচিনা হব; কিয়নো শত্ৰুৱে সসৈন্যে যাত্ৰা কৰি, কাঠকটিয়াৰ নিচিনাকৈ কুঠাৰেৰে তাইক আক্ৰমণ কৰিব। ২৩ যিহোৱাই কৈছে, যদিও তাইৰ কাঠনি অগম্য, তথাপি সিহঁতে তাক কাটি পেলাব; কিয়নো সিহঁত ফৰিঙৰ জাকতকৈয়ো অধিক আৰু অসংখ্য। ২৪ মিচৰ-জীয়াৰী লজ্জিত হব; তাইক উত্তৰ-দেশীয়বিলাকৰ হাতত সমৰ্পণ কৰা হব। ২৫ ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই কৈছে, দেখা, ময় নোত থকা আমোনক, ফৰৌণক, মিচৰক আৰু তাৰ দেৱতাবোৰক, আৰু তাৰ ৰজাবিলাকক, এনে কি, ফৰৌণ আৰু তেওঁত ভাৰসা কৰা সকলোকে দণ্ড দিম; ২৬ আৰু সিহঁতৰ প্ৰাণ বিচাৰি ফুৰাবোৰৰ হাতত, বাবিলৰ ৰজা নবূখদ্‌ৰেচৰৰ আৰু তেওঁৰ প্ৰধান মন্ত্ৰীবিলাকৰ হাতত ময় সিহঁতক সমৰ্পণ কৰিম; তথাপি, যিহোৱাই কৈছে, পাছত সেই দেশ আগৰ কালৰ দৰে বসতিস্থান হব। ২৭ কিন্তু হে মোৰ দাস যাকোব, ভয় নকৰিবা, হে ইস্ৰায়েল, ব্যাকুল নহবা; কিয়নো দেখা, ময় দূৰৰ পৰা তোমাক, আৰু বন্দী-অৱস্থাত থকা দেশৰ পৰা তোমাৰ বংশক নিস্তাৰ কৰিম; তাতে যাকোব ঘূৰি আহি নিৰ্ভয় আৰু নিশ্চিন্ত হৈ থাকিব, কোনেও তেওঁক ভয় নেদেখুৱাব। ২৮ যিহোৱাই কৈছে, হে মোৰ দাস যাকোব, ভয় নকৰিবা; কিয়নো ময় তোমাৰ লগত আছোঁ; কাৰণ, ময় যি জাতিৰ মাজলৈ তোমাক খেদিলোঁ, সেই আটাই জাতিক ময় নিঃশেষে সংহাৰ কৰিলেও, তোমাক নিঃশেষে সংহাৰ নকৰিম; কিন্তু তোমাক সুবিচাৰেৰে শাস্তি দিম, তোমাক কোনোমতেই দণ্ড নিদিয়াকৈ নেৰোঁ।

পলেষ্টীয়াবিলাকৰ বিষয়।

৪৭ ফৰৌণে ঘচাক নৌ প্ৰহাৰ কৰোঁতে, পলেষ্টীয়াবিলাকৰ বিষয়ে যিৰিমিয়া ভাববাদীলৈ অহা যিহোৱাৰ বাক্য।

২ যিহোৱাই এই কথা কৈছে, দেখা, উত্তৰ দিশৰ পৰা জলসমূহ বাঢ়ি আহিছে, সেয়ে

প্লাবন কৰোঁতা ঢল পানী হৈ, দেশ আৰু তাত থকা সকলোকে, নগৰ আৰু তাৰ নিবাসীবিলাকক তল নিয়াব; তাতে মানুহবিলাকে চিঞৰিব, আৰু দেশত বাস কৰা আটাইবিলাকে হাহাকাৰ কৰিব। ৩ শত্ৰুৰ বলী ঘোঁৰাৰ খুৰাৰ খটুখটনিত, ৰথৰ ঘৰ্ঘৰনিত, চক্ৰৰ গুমগুমনিত বাপেকইঁতে হাত দুখন দুৰ্ব্বল হোৱাৰ নিমিত্তে আপোন আপোন লৰাইঁতলৈ ঘূৰি নেচাব। ৪ কাৰণ আটাই পলেষ্টীয়াইঁতক বিনষ্ট কৰিবৰ দিন, তূৰ আৰু চীদোনৰ পৰা প্ৰত্যেক অৱশিষ্ট সহকাৰীক উচ্ছন্ন কৰিবৰ দিন আহিছে; কিয়নো যিহোৱাই পলেষ্টীয়াইঁতক, কপ্তোৰ দ্বীপৰ অৱশিষ্ট ভাগক বিনষ্ট কৰিব। ৫ ঘচাৰ মূৰ টকলা কৰা হল, সিইঁতৰ উপত্যকাৰ অৱশিষ্ট ভাগ অস্কিলোন নষ্ট হল; তুমি কিমান কাল আপোনাৰ গা কাটকুট কৰিবা? ৬ হে যিহোৱাৰ তৰোৱাল, তুমি কিমান কাল ক্ষান্ত নোহোৱাকৈ থাকিবা? তুমি আপোন ফাঁকত সোমোৱা; তুমি বিশ্ৰাম কৰা আৰু শান্ত হোৱা। ৭ যিহোৱাই তোমাক আজ্ঞা দিয়াত তুমি কেনেকৈ ক্ষান্ত হব পাৰা? তেওঁ অস্কিলোনৰ আৰু সমুদ্ৰৰ দাঁতিৰ বিৰুদ্ধে তাক নিযুক্ত কৰিলে।

মোৱাবৰ বিষয়।

**৪৮** মোৱাবৰ বিষয়। ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, হায় হায় নবো! কিয়নো সেয়ে উচ্ছন্ন হল; কিৰিয়াথয়িমে লাজ পালে, ধৰা পড়িল; মিচ্‌গবে লাজ পালে আৰু ব্যাকুল হল। ২ মোৱাবৰ গৌৰব আৰু নাই; শত্ৰুৱে তাৰ বিৰুদ্ধে হিচ্‌বোনত অমঙ্গলৰ মন্ত্ৰণা কৰি কৈছে, "আহাঁ, আমি তাক এক জাতি হোৱাৰ পৰা উচ্ছন্ন কৰোঁহঁক।" হে মদ্‌মেন, তোমাকো নিস্তব্ধ কৰা হব; তৰোৱাল তোমাৰ পাছে পাছে যাব। ৩ হোৰোণয়িমত চিঞৰবাখৰ শুনা গৈছে, লুট আৰু মহাসংহাৰ হৈছে। ৪ মোৱাব নষ্ট হল; তাৰ ক্ষুদ্ৰ লোকবিলাকে চিঞৰৰ শবদ শুনাইছে। ৫ কিয়নো লুহীতলৈ উঠি যোৱা বাটেদি সিইঁতে অনবৰত ক্ৰন্দনেৰে উঠি যাব; কাৰণ হোৰোণয়িমলৈ নামি যোৱা বাটত সংহাৰৰ দুখৰ চিঞৰ শুনা গৈছে। ৬ তোমালোকে পলোৱা, আপোন আপোন প্ৰাণ ৰক্ষা কৰা, অৰণ্যত থকা ঝাউ গছৰ নিচিনা হোৱা। ৭ কিয়নো তুমি আপোন কাৰ্য্যত, আৰু আপোন বহুমূল্য বস্তুত নিৰ্ভৰ কৰাৰ কাৰণে তুমিও ধৰা পড়িবা; আৰু কমোচ, তাৰ পুৰোহিতবিলাক, আৰু তাৰ প্ৰধান লোকবিলাক বন্দী-অৱস্থালৈ একেলগে ওলাই যাব। ৮ প্ৰত্যেক নগৰলৈ বিনাশক আহিব, আৰু কোনো নগৰ ৰক্ষা নেপাব; যিহোৱাৰ বাক্য অনুসাৰে তলভূমি বিনষ্ট হব, সমথলো নষ্ট হব। ৯ তোমালোকে মোৱাবক আপোন বাটে উড়ি যাবৰ নিমিত্তে ডেউকা দিয়া; তাৰ নগৰবোৰ ধ্বংস কৰা হব, তাত বাস কৰোঁতা কোনো নহব। ১০ যি জনে যিহোৱাৰ কাৰ্য্য এলাহেৰে কৰে, সি শাপগ্ৰস্ত হওক; আৰু যি জনে ৰক্তপাতৰ পৰা আপোন তৰোৱাল কোঁচাই ৰাখে, সি শাপগ্ৰস্ত হওক। ১১ মোৱাব সৰু কালৰে পৰা নিশ্চিন্তভাৱে আছে, আৰু সি আপোনাৰ গেদৰ ওপৰত সুস্থিৰে আছে, এক পাত্ৰৰ পৰা আন পাত্ৰত ঢলা হোৱা নাই, আৰু সি বন্দী-অৱস্থালৈ যোৱা নাই; এই নিমিত্তে তাৰ সোৱাদ তাতে আছে, আৰু তাৰ গন্ধ পৰিবৰ্ত্তন হোৱা নাই। ১২ এই হেতুকে, যিহোৱাই কৈছে, দেখা, যি দিনা মৰ ঢালিবলৈ মানুহ পঠাম, সেই দিন আহিছে; সেই দিনা সিইঁতে তাক ঢালিব, তাৰ পাত্ৰবোৰ শুদা কৰিব, আৰু তাৰ ঘটবোৰ ডোখৰ ডোখৰ কৰিব। ১৩ ইস্ৰায়েল বংশই আপোন বিশ্বাসৰ ভূমি বৈৎ-এলৰ বিষয়ে লাজ পোৱাৰ নিচিনাকৈ মোৱাবেও কমোচৰ বিষয়ে লাজ পাব। ১৪ "আমি বীৰ, আৰু যুদ্ধৰ নিমিত্তে পৰাক্ৰমী মানুহ" বুলি তোমালোকে কেনেকৈ কব পাৰা? ১৫ মোৱাব উচ্ছন্ন হল, আৰু তাৰ নগৰবোৰ ধূঁৱা হৈ উড়ি গল, আৰু তাৰ মনোনীত ডেকা লোকবিলাক বধৰ ঠাইলৈ নামি গল, বাহিনীবিলাকৰ যিহোৱা নামেৰে প্ৰখ্যাত ৰজাই ইয়াক কৈছে। ১৬ মোৱাবৰ আপদ ওচৰ পালেহি, আৰু তাৰ অমঙ্গল অতিশয় বেগেৰে আহিছে। ১৭ তাৰ চাৰিওফালে থকা তাৰ নাম জনা তোমালোক সকলোৱে তাৰ নিমিত্তে বিলাপ কৰি কোৱা, এই শকত লাখুটি আৰু সুন্দৰ দণ্ডডালি কেনেৰূপে ভাগিল! ১৮ হে দীবোন-নিবাসিনী জীয়াৰী, তুমি

আপোন প্ৰতাপৰ পৰা নামি তৃষ্ণাতুৰা হৈ মাটিত বহাঁ; কিয়নো মোৱাবৰ সংহাৰক তোমাৰ বিৰুদ্ধে উঠি আহিল, তেওঁ তোমাৰ দুৰ্গবোৰ বিনষ্ট কৰিলে। ১৯ হে অৰোয়েৰ-নিবাসিনি, তুমি বাটৰ কোষত থিয় হৈ চোৱা, পলাই যোৱা লোকক আৰু ৰক্ষা পোৱা তিৰুতাক কি হল বুলি সোধা। ২০ মোৱাবে লাজ পালে, কিয়নো সেই নগৰ ভগ্ন হল; তোমালোকে হাহাকাৰ কৰা আৰু চিঁয়ৰি কান্দা; মোৱাব যে উচ্ছন্ন হল, তাক অৰ্ণোনত প্ৰচাৰ কৰা। ২১ আৰু সমথলৰ দেশলৈ, হোলোন, যহচা, মেফাৎ, ২২ দীবোন, নবো, বৈৎ-দিব্লাথয়িম, ২৩ কিৰিয়াথয়িম, বৈৎ-গামূল, বৈৎ-মিয়োন, ২৪ কৰিয়োৎ, আৰু বস্ৰা আদি দূৰত কি ওচৰত থকা মোৱাব-দেশীয় সকলো নগৰৰ ওপৰলৈ দণ্ড আহিল। ২৫ যিহোৱাই কৈছে, মোৱাবৰ শিঙটো কটা আৰু বাহু ভঙা হল। ২৬ তোমালোকে তাক মতোৱাল কৰা, কাৰণ সি যিহোৱাৰ বিৰুদ্ধে গৰ্ব্ব কৰিলে; আৰু মোৱাবে আপোন বাঁতিত বাগৰিব, আৰু বিদ্ৰূপৰ বিষয়ো হব। ২৭ কিয়নো ইস্ৰায়েল জানো তোমাৰ আগত বিদ্ৰূপৰ বিষয় নাছিল? তাক জানো চোৰৰ মাজত পোৱা নগৈছিল? কাৰণ তুমি যিমানবাৰ তাৰ বিষয়ে কোৱা, সিমানবাৰ তুমি আপোন মূৰ জোকাৰা। ২৮ হে মোৱাব-নিবাসিবিলাক, তোমালোকে নগৰবোৰ এৰি শিলত বাস কৰা, আৰু গাঁতৰ মুখৰ কিনাৰত বাহ সজা কপৌটীৰ নিচিনা হোৱা। ২৯ আমি মোৱাবৰ অহঙ্কাৰৰ বিষয়ে শুনিলোঁ, যে, সি বড় গৰ্ব্বী; তাৰ অভিমান, অহঙ্কাৰ, দৰ্প, আৰু মনৰ গৰ্ব্বৰ কথা আমি শুনিলোঁ। ৩০ যিহোৱাই কৈছে, মই জানো; তাৰ ক্ৰোধ মিছা, তাৰ বড় বড় কথা নিষ্ফল। ৩১ এই নিমিত্তে মই মোৱাবৰ বিষয়ে হাহাকাৰ কৰিম, এনে কি, গোটেই মোৱাবৰ নিমিত্তে চিঁয়ৰি কান্দিম; কীৰ-হেৰেচৰ মানুহবিলাকৰ বিষয়ে বিলাপ কৰা যাব। ৩২ হে চিব্মাৰ দ্ৰাক্ষালতা, মই যাজেৰৰ ক্ৰন্দনতকৈয়ো তোমাৰ বিষয়ে অধিককৈ ক্ৰন্দন কৰিম; তোমাৰ ডালবোৰ সমুদ্ৰৰ সিপাৰলৈকে গৈছিল; সেয়ে যাজেৰৰ সমুদ্ৰলৈকেও কেৰ মেলিছিল; তোমাৰ ঘামকালিৰ ফলৰ নিমিত্তে, আৰু তোমাৰ চপাব লগীয়া দ্ৰাক্ষাগুটিৰ নিমিত্তে বিনাশক আহিল। ৩৩ মোৱাব দেশৰ ফলৱতী বাৰীৰ পৰা আনন্দ আৰু হৰ্ষ দূৰ কৰা হল, আৰু মই দ্ৰাক্ষাকুণ্ডত দ্ৰাক্ষাৰস নাইকিয়া কৰিলোঁ; কোনেও আনন্দৰ ধ্বনিৰে নগচকিব; সেই ধ্বনি আনন্দৰ ধ্বনি নহব। ৩৪ হিচবোনত এনে চিঁয়ৰবাখৰ হৈছে, যে, তাৰ শবদ ইলিয়ালিলৈকে আৰু যহচলৈকে গৈছে, আৰু চোৱৰৰ পৰা চিঁয়ৰবাখৰৰ শবদ হোৰোণয়িমলৈকে আৰু ইগ্লৎ-চলিচিয়ালৈকে গৈছে; কিয়নো নিম্ৰীমৰ জলসমূহো মৰুভূমি হব। ৩৫ ইয়াত বাজে, যিহোৱাই কৈছে, উচ্চস্থানত উৎসৰ্গ কৰোঁতা, আৰু আপোন দেৱতাবোৰৰ উদ্দেশে ধূপ জ্বলাওঁতা লোক মোৱাবত নাইকিয়া কৰিম। ৩৬ এই কাৰণে মোৰ অন্তৰ মোৱাবৰ নিমিত্তে বাঁহীৰ নিচিনাকৈ বাজিছে, আৰু মোৰ হৃদয় কীৰ-হেৰেচৰ মানুহবিলাকৰ নিমিত্তে বাঁহীৰ দৰে বাজিছে; কাৰণ সি অৰ্জ্জা অধিক বস্তু নষ্ট হল। ৩৭ কিয়নো প্ৰত্যেকৰ মূৰ টকলা কৰা হল, আৰু প্ৰত্যেকৰ ডাড়ি কটা হল, সকলোৰে হাতত কাটকুট, আৰু কঁকালত চট আছে। ৩৮ মোৱাবৰ আটাই ঘৰৰ চালত, আৰু তাৰ চকবোৰৰ সকলো ফালে বিলাপ শুনা গৈছে; কিয়নো, যিহোৱাই কৈছে, ভাল নোপোৱা কোনো পাত্ৰৰ নিচিনাকৈ মই মোৱাবক ভাঙি পেলালোঁ। ৩৯ সি কেনে ভগ্ন হল! সিহঁতে কেনে হাহাকাৰ কৰিছে! মোৱাবে লাজতে কেনেৰূপে মুখ ঘূৰালে! এই ৰূপে মোৱাব আপোনাৰ চাৰিওফালে থকা আটাইৰে আগত বিদ্ৰূপৰ আৰু ত্ৰাসৰ বিষয় হব। ৪০ কিয়নো যিহোৱাই এই ৰূপে কৈছে, দেখা, তেওঁ কুৰৰ পক্ষীৰ নিচিনাকৈ উড়ি আহি, মোৱাবৰ বিৰুদ্ধে আপোন ডেউকা মেলিব। ৪১ কৰিয়োতক হাত কৰি লোৱা হল, দুৰ্গবোৰ হঠাৎ আক্ৰমণ কৰা হল; আৰু মোৱাবৰ বীৰবিলাকৰ হৃদয় সেই দিনা প্ৰসববেদনা পোৱা তিৰুতাৰ হৃদয়ৰ নিচিনা হব। ৪২ মোৱাবে যিহোৱাৰ বিৰুদ্ধে অভিমান কৰাৰ কাৰণে, সি এটা জাতি হোৱাৰ পৰা উচ্ছন্ন হব। ৪৩ যিহোৱাই কৈছে, হে মোৱাব-নিবাসী লোক, তোমাৰ নিমিত্তে আপদ, গাঁত, আৰু ফান্দ নিৰূপিত আছে। ৪৪ যি কোনোৱে সেই আপ-

দর পরা পলাব, সি সেই গাঁতত পড়িব, আরু যি কোনোৱে সেই গাঁতর পরা উঠিব, সি সেই ফান্দত ধরা পড়িব ; কিয়নো, যিহোৱাই কৈছে, ময় তার ওপরত, মোৱাবরেই ওপরত প্রতিফল দিয়ার বছর আনিম। [৪৫] পলরীয়াবিলাক হিচ্‌বোনর ছাঁত শক্তিবিহীন হৈ থিয় দি আছে ; কারণ হিচ্‌বোনর পরা অগ্নি আরু চীহোনর মাজর পরা জুইর শিখা ওলাই মোৱাবর ভাড়ির কোব আরু কোলাহলকারীহঁতর তালু টকলা করিলে। [৪৬] হায় হায় মোৱাব ! কমোচর প্রজাবোরর সর্ব্বনাশ হল ; কারণ তোমার পুতেরাহঁতক বন্দী করি নিয়া হল, আরু তোমার জীয়েরাহঁতক বন্দী-অৱস্থালৈ নিয়া হল। [৪৭] তথাপি, যিহোৱাই কৈছে, ময় শেষকালত মোৱাবর বন্দী-অৱস্থা পরিবর্ত্তন করিম। মোৱাবর দণ্ড ইমানলৈকে।

অম্মোনর সন্তানবিলাকর বিষয়।

**৪৯** অম্মোনর সন্তানবিলাকর বিষয়। যিহোৱাই এই কথা কৈছে, ইস্রায়েলর জানো পুত্র নাই ? তেওঁর উত্তরাধিকারী জানো কোনো নাই ? তেন্তে মিল্‌কমে কিয় গাদক অধিকার করিছে ? আরু তার প্রজাবিলাকে কিয় গাদর নগরবোরত বাস করিছে ? [২] এই নিমিত্তে, যিহোৱাই কৈছে, দেখা, যি দিনা ময় অম্মোনর সন্তানবিলাকর রব্বার বিরুদ্ধে যুদ্ধর ধ্বনি শুনাম, এনে দিন আহিছে ; সেয়ে ভগ্নরাশি হব, আরু তার উপনগরবোর জুইরে পোড়া যাব ; তেতিয়া, যিহোৱাই কৈছে, ইস্রায়েলক অধিকার করাবিলাকক ইস্রায়েলে অধিকার করিব। [৩] হে হিচ্‌বোন, হাহাকার করা ; কিয়নো অয়ক বিনষ্ট করা হল ; হে রব্বার জীয়ারীবিলাক, চিঁয়রি কান্দা, চট পিন্ধা, বিলাপ করি গড়র কোবে কোবে ইফালে সিফালে লরি ফুরা ; কিয়নো মিল্‌কম, তার পুরোহিতবিলাক, আরু তার প্রধান লোকবিলাক একেলগে বন্দী-অৱস্থালৈ যাব। [৪] মোর ওচরলৈ কোন আহিব পারে বুলি কৈ আপোন ধনত ভারসা করোঁতা হে বিপথগামিনী জীয়ারী, তোমার উপত্যকাবোরত, তোমার রক্তপ্রবাহী উপত্যকাটীত কিয় গৌরব করিছা ? [৫] বাহিনীবিলাকর প্রভু যিহোৱাই কৈছে, দেখা, ময় তোমার চারিওফালে থকা আটাইৰে পরা তোমালৈ ভয় উপস্থিত করিম ; তোমালোক প্রতিজনক পোনে পোনে খেদাই দিয়া হব, আরু পলরীয়াক গোটাবলৈ কোনো নহব। [৬] কিন্তু, যিহোৱাই কৈছে, পাছত ময় অম্মোনর সন্তানবিলাকর বন্দী-অৱস্থা পরিবর্ত্তন করিম।

ইদোমর বিষয়।

[৭] ইদোমর বিষয়। বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, তৈমনত জানো আরু জ্ঞান নাই ? বুদ্ধিয়কবিলাকর পরা জানো পরামর্শ লোপ পালে ? সিবিলাকর জ্ঞান জানো নাইকিয়া হল ? [৮] হে দদান-নিবাসিবিলাক, তোমালোক পলোৱা, মুখ ঘুরাই গভীর ঠাইত সোমাই বাস করা ; কিয়নো ময় এচৌর ওপরলৈ তার আপদ আরু তাক দণ্ড দিয়ার সময় আনিম। [৯] তোমার ওচরলৈ দ্রাক্ষাগুটি চপাওঁতাবিলাক আহিলে, সিহঁতে কিছু দ্রাক্ষাগুটি অৱশিষ্ট নেরাখিব নে ? রাতি চোর আহিলে, সিহঁতে প্রয়োজনমতে চুর করি ক্ষান্ত নহব নে ? [১০] কিন্তু ময় হলে এচৌক শূন্য করিলোঁ, আরু তার গোপনীয় ঠাইবোর মুকলি করিলোঁ, সি লুকাই থাকিব নোৱারিব ; তার বংশ, তায়েকবিলাক, আরু ওচর-চুবুরীয়াবোর বিনষ্ট হল, আরু সি লোপ পালে। [১১] তোমার পিতৃহীন সন্তানবিলাকক এরা ; ময়েই সিহঁতক জীয়াই রাখিম ; আরু তোমার বিধবাবিলাকে মোত ভারসা করোক। [১২] কিয়নো যিহোৱাই এই কথা কৈছে, দেখা, পাত্রত পান করা যিবিলাকর স্বত্ব নাই, সিবিলাকেই অৱশ্যে পান করিব ; তেন্তে তুমি জানো সমূলি দণ্ড পাব নলগা লোক ? তুমি দণ্ড নোপোৱাকৈ নেথাকিবা, তুমি অৱশ্যে পান করিবা। [১৩] কিয়নো, যিহোৱাই কৈছে, ময় আপোন নামলৈ এই শপথ করি কৈছোঁ, যে, বস্রা আশ্চরিত্তর, ধিক্কারর, ধ্বংসর, আরু শাওর বিষয় হব, আরু তার আটাই নগর চিরকলীয়া ধ্বংসস্থান হব। [১৪] ময় যিহোৱার পরা বার্ত্তা শুনিলোঁ, আরু জাতিবিলাকর মাজলৈ এজন দূত পঠোৱা হল, "তোমালোকে একেলগে গোট খাই তার বিরুদ্ধে

যাত্ৰা কৰা, আৰু যুদ্ধ কৰিবৰ অৰ্থে উঠা।” [15] কিয়নো দেখা, ময় তোমাক জাতিবিলাকৰ মাজত সৰু, আৰু মানুহৰ মাজত নীহ কৰিলোঁ। [16] হে শিলৰ খোৰোঙত বাস কৰা জন, হে পৰ্ব্বতৰ উচ্চস্থানত থকা জন, তোমাৰ ভয়ানকতাৰ বিষয়ে হলে, তোমাৰ মনৰ অহঙ্কাৰে তোমাক প্ৰবঞ্চনা কৰিলে; যিহোৱাই কৈছে, তুমি কুৰৰ পক্ষীৰ নিচিনাকৈ ওখত আপোনাৰ বাহ সাজিলেও, ময় তাৰ পৰা তোমাক নমাই আনিম। [17] ইদোম বিস্ময়ৰ বিষয় হব; তাৰ ওচৰেদি অহাযোৱা কৰা প্ৰতিজনে বিস্ময় মানিব, আৰু তালৈ ঘটা আটাই উৎপাত দেখি ইচ ইচ কৰিব। [18] যিহোৱাই কৈছে, চদোম, ঘমোৰা, আৰু তাৰ ওচৰৰ নগৰ কেইখন নষ্ট হোৱা সময়ৰ নিচিনাকৈ কোনো মানুহে তাত বাস নকৰিব, কোনো মনুষ্যসন্তানে তাৰ মাজত প্ৰবাস নকৰিব। [19] দেখা, যৰ্দ্দনৰ শোভাস্থানৰ পৰা সিংহ উঠি অহাৰ নিচিনাকৈ তেওঁ চিৰস্থায়ী চৰণী ঠাইৰ বিৰুদ্ধে আহিব; কিন্তু ময় চকুৰ পচাৰতে তেওঁক তাৰ পৰা লৰুৱাম, আৰু ময় তাৰ ওপৰত মোৰ মনোনীত জনক নিযুক্ত কৰিম; কাৰণ মোৰ নিচিনা কোন আছে? আৰু মোৰ নিমিত্তে কোনে সময় নিৰূপণ কৰিব? আৰু মোৰ আগত তিষ্ঠিব পৰা কোন ৰথীয়া আছে? [20] এই হেতুকে, যিহোৱাই ইদোমৰ বিৰুদ্ধে কৰা মন্ত্ৰণা, আৰু তৈমন-নিবাসীবিলাকৰ অহিতে কৰা অভিপ্ৰায়বোৰ তোমালোকে শুনা; অৱশ্যে জাকৰ সৰুবোৰেও সিহঁতক টানি লৈ যাব, অৱশ্যে সিহঁতৰ চৰণী ঠায়ে সিহঁতৰ বিষয়ে বিস্ময় মানিব। [21] সিহঁতৰ পতনৰ শবদত পৃথিবী কঁপিছে; সিহঁতৰ চিঁয়ৰৰ শবদ চুফ সাগৰলৈকে শুনা গৈছে। [22] দেখা, তেওঁ কুৰৰ পক্ষীৰ নিচিনাকৈ উড়ি আহিব, আৰু বস্ৰাৰ অহিতে আপোন ডেউকা মেলিব, আৰু সেই দিনা ইদোমৰ বীৰবিলাকৰ হৃদয় প্ৰসৱবেদনা পোৱা তিৰুতাৰ হৃদয়ৰ নিচিনা হব।

দম্মেচকৰ বিষয়।

[23] দম্মেচকৰ বিষয়। হমাৎ আৰু অৰ্পদে লাজ পালে; কিয়নো সিহঁতে অমঙ্গলৰ বাৰ্ত্তা শুনি দ্ৰৱ হৈ গৈছে; সাগৰখনত শোক দেখা গৈছে, সেয়ে স্থিৰ হব নোৱাৰে। [24] দম্মেচক দুৰ্ব্বল হৈ পৰিল, সি পলাবলৈ ঘুৰিল, আৰু কম্পনে তাক ধৰিলে; প্ৰসৱকাৰিণী তিৰুতাৰ নিচিনাকৈ যাতনা আৰু বেদনাই তাক আক্ৰমণ কৰিলে। [25] প্ৰশংসাৰ নগৰ, মোৰ আনন্দৰ নগৰ কিয় পৰিত্যক্ত নহল? [26] এতেকে, বাহিনীবিলাকৰ যিহোৱাই কৈছে, তাৰ ডেকাবিলাক তাৰ চকবোৰত পতিত হব, আৰু আটাই যুদ্ধাৰুবিলাকক সেই দিনা নিস্তব্ধ কৰা হব। [27] আৰু ময় দম্মেচকৰ গড়ৰ ভিতৰত জুই লগাম; সেয়ে বিন্-হদদৰ অট্টালিকাবোৰ গ্ৰাস কৰিব।

কেদৰ আৰু হাচোৰৰ বিষয়। ঃ

[28] বাবিলৰ ৰজা নবূখদ্ৰেচৰে প্ৰহাৰ কৰা কেদৰৰ আৰু হাচোৰীয়া ৰাজ্যবোৰৰ বিষয়।

যিহোৱাই এই কথা কৈছে, তোমালোকে উঠি কেদৰলৈ যোৱা, আৰু পূবদেশীয় সন্তানবিলাকক বিনষ্ট কৰা। [29] শত্ৰুৱে সিহঁতৰ তাম্বু আৰু পশুৰ জাকবোৰ লৈ যাব, আৰু সিহঁতৰ আঁৰ-কাপৰ আদি আটাই বস্তু আৰু উটবোৰ নিজৰ নিমিত্তে নিব, আৰু সিহঁতে শত্ৰুৰ কাৰণে চিঁয়ৰিব, সকলো ফালে ত্ৰাস। [30] যিহোৱাই কৈছে, হে হাচোৰ-নিবাসিবিলাক, পলোৱা, দূৰলৈ ভ্ৰমণ কৰি গম্ভীৰ ঠাইত বাস কৰা; কিয়নো বাবিলৰ ৰজা নবূখদ্ৰেচৰে তোমালোকৰ অহিতে মন্ত্ৰণা কৰিলে, আৰু তোমালোকৰ অহিতে কল্পনা স্থিৰ কৰিলে। [31] যিহোৱাই কৈছে, তোমালোক উঠা, নিৰ্ভয়ে আৰু নিশ্চিন্তে বাস কৰা, আৰু দুৱাৰ কি ডাং নথকা অকলেই বাস কৰা এটা জাতিৰ বিৰুদ্ধে তোমালোকে যাত্ৰা কৰা। [32] সিহঁতৰ উটবোৰ চিকাৰৰ বস্তু যেন হব, আৰু সিহঁতৰ পশুসমূহ লুটদ্ৰব্য হব। আৰু কুমৰ শুৰিত ডাড়ি-চুলি কটা আটাইবোৰকে ময় সকলো ফালে বায়ুত উড়ুৱাই দিম; আৰু যিহোৱাই কৈছে, ময় সিহঁতৰ সকলো কালৰ পৰা সিহঁতলৈ আপদ আনিম। [33] হাচোৰ শিয়ালৰ বাসস্থান, চিৰকলীয়া ধ্বংসস্থান হব; তাত কোনো মানুহ নেথাকিব,

নাইবা কোনো মনুষ্যসন্তানে তার মাজত প্রবাস নকরিব।

এলমর বিষয়।

[৩৪] যিহূদার রজা চিদিকিয়ার রাজত্বর আরম্ভনত এলমর বিষয়ে যিরিমিয়া ভাববাদীলৈ অহা যিহোৱার বাক্য। [৩৫] বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, দেখা, মন্ন শক্তির প্রধান অস্ত্র এলমর ধনু ভাঙ্গি পেলাম। [৩৬] আরু আকাশর চারি দিশর পরা চারি বায়ু মন্ন এলমর ওপরলৈ বলোৱাম, আরু সেই সকলো বায়ুত মন্ন সিহঁতক উড়ুৱাই দিম; দূরীকৃত এলমীয়াবিলাক যি জাতির ওচরলৈ নেযাব, এনে কোনো জাতি নহব। [৩৭] আরু এলমর শত্রুবোরর আগত, আরু সিহঁতর প্রাণ বিচরাবোরর আগত মন্ন সিহঁতক ব্যাকুল করিম; আরু যিহোৱাই কৈছে, মন্ন সিহঁতর ওপরলৈ অমঙ্গল, এনে কি, মোর প্রচণ্ড ক্রোধ উপস্থিত করিম; আরু সিহঁতক সংহার নকরালৈকে সিহঁতর পাছে পাছে মন্ন তরোৱাল পঠাম। [৩৮] যিহোৱাই আরু কৈছে, মন্ন এলমত আপোন সিংহাসন স্থাপন করিম, আরু তার পরা দণ্ডাজ্ঞা দি, রজা আরু প্রধান লোকবিলাকক উচ্ছন্ন করিম। [৩৯] কিন্তু, যিহোৱাই কৈছে, শেষকালত মন্ন এলমর বন্দী-অরস্থা পরিবর্ত্তন করিম।

বাবিলর বিষয়।

**৫০** যিরিমিয়া ভাববাদীর দ্বারায় বাবিলর বিষয়ে, কল্‌দীয়াহঁতর দেশর বিষয়ে যিহোৱাই কোৱা বাক্য।

[২] তোমালোকে জাতিবিলাকর মাজত প্রচার করা, ঘোষণা করা, আরু ধ্বজা তোলা; ঘোষণা করা, গুপুতে নেরাখিবা; কোৱা, "বাবিল হাত করি লোৱা হল, বেলে লাজ পালে, মরোদক ব্যাকুল হল; তার মূর্ত্তিবোরে লাজ পালে, তার প্রতিমাবোর ব্যাকুল হল।" [৩] কিয়নো তার বিরুদ্ধে উত্তরর পরা এক জাতি আহিছে; সেই জাতিয়ে তার দেশ ধ্বংস করিব, তাত কোনেও বাস নকরিব; সিহঁত পলাল, মানুহ আরু পশু সকলো গল। [৪] যিহোৱাই কৈছে, সেই দিনত আরু সেই কালত ইস্রায়েলর সন্তানবিলাক আরু যিহূদার সন্তানবিলাক একে লগ হৈ আহিব, আরু ক্রন্দন করি করি গমন করি আপোনাবিলাকর ঈশ্বর যিহোৱাক বিচার করিব। [৫] সিবিলাকে এই ফাললৈ মুখ করি চিয়োনর বিষয়ে সুধিব, আরু কব, যে, আহাঁ, আমি পাহরিব নোৱরা চিরকলীয়া এটা নিয়মেরে যিহোৱাত আসক্ত হওঁ।

[৬] মোর প্রজাবিলাক হেরোৱা মেরস্বরূপ হল; সিবিলাকর রখীয়াবিলাকে সিবিলাকক বিপথগামী করিলে, পর্ব্বতবোরত সিবিলাকর বাট হেরুউৱালে; সিবিলাক এক পর্ব্বতর পরা আন পর্ব্বতলৈ গল, সিবিলাকে আপোনাবিলাকর শোৱা ঠাই পাহরিলে। [৭] সিবিলাকক পোৱা সকলোৱে সিবিলাকক গ্রাস করিলে, আরু সিবিলাকর শত্রুবোরে কলে, আমি দোষ করা নাই, কারণ সিহঁতে ধর্ম্ম-নিবাস যিহোৱার, সিহঁতর পূর্ব্বপুরুষবিলাকর বিশ্বাসভূমি যিহোৱারেই বিরুদ্ধে পাপ করিলে। [৮] তোমালোক বাবিলর মাজর পরা পলোৱা, কল্‌দীয়াহঁতর দেশর পরা ওলাই যোৱা, আরু জাকর আগে আগে যাওঁতা মটা ছাগবোরর নিচিনা হোৱা। [৯] কিয়নো দেখা, মন্ন উত্তর দেশর পরা বাবিলর অহিতে মহাজাতিবোরর এক লোকসমূহক উচটাই আনিম, আরু সিহঁতে তার বিরুদ্ধে বেহু পাতিব, তাতে তাক হাত করি লোৱা যাব; সিহঁতর কাঁড়বোর, বিফলে উলটি নহা নিপুণ বীরর কাঁড়বোরর নিচিনা হব। [১০] কল্‌দিয়া দেশ লুটদ্রব্য হব; যিহোৱাই কৈছে, তার লুটকারী আটাইবোর পরিতৃপ্ত হব। [১১] হে মোর আধিপত্য অপহরণ করোঁতাহঁত, তহঁতে আনন্দ করিছ, উল্লাস করিছ, শস্য মারোঁতা এজনী চেঁউরী গরুর নিচিনাকৈ ভেও দিছ, আরু বলি ঘোঁরার নিচিনাকৈ ঢেক্‌ঢেকাইছ; [১২] এতেকে তহঁতর মারে অত্যন্ত লাজ পাব, তহঁতর জননী ব্যাকুল হব, দেখ, তাই জাতিবিলাকর মাজত সকলোতকৈ পাছ হব, অরণ্য, শুকান ভূমি, আরু মরুভূমি হব। [১৩] যিহোৱার ক্রোধর কারণে সেই দেশ বসতিস্থান নহব, কিন্তু সম্পূর্ণ উচ্ছন্ন ঠাই হব; বাবিলর ওচরেদি যোৱা প্রতিজনে আশ্চরিত হৈ তালৈ ঘটা আটাই উৎপাত দেখি ইচ ইচ করিব। [১৪] ধনু ভিরাওঁতা

তোমালোক আটায়ে বাবিলৰ অহিতে চাৰিওফালে বেহু পাতা; তোমালোকে তালৈ কাঁড় মাৰা, এটা কাঁড়ো বাকী নেৰাখিবা; কিয়নো সি যিহোৱাৰ বিৰুদ্ধে পাপ কৰিলে। [১৫] চাৰিওফালে তাৰ বিৰুদ্ধে জয়ধ্বনি কৰা; সি হাতযোড় কৰিছে, তাৰ কোঁঠবোৰ পড়ি গল, তাৰ গড়বোৰ ভাঙ্গি পেলোৱা হল; কিয়নো এয়ে যিহোৱাই সধা প্ৰতিকাৰ; তোমালোকে তাৰ প্ৰতিকাৰ সাধা, সি কৰা নিচিনাকৈ তাক কৰা। [১৬] বাবিলৰ পৰা কঠিয়া সিচোঁতাক, আৰু শস্যৰ সময়ত কাচি ধৰোঁতাক উচ্ছন্ন কৰা; সংহাৰক তৰোৱালৰ ভয়ত সিহঁত প্ৰতিজনে আপোন আপোন জাতিলৈ মুখ কৰিব, আৰু প্ৰতিজনে আপোন আপোন দেশলৈ পলাই যাব।

[১৭] ইস্ৰায়েল ছিন্নভিন্ন মেৰস্বৰূপ; সিংহবোৰে তাক খেদি দিলে; প্ৰথমে অচুৰৰ ৰজাই তাক গ্ৰাস কৰিলে, আৰু শেষত বাবিলৰ ৰজা এই নবূখদ্ৰেচৰে তাৰ হাড়বোৰ ভাঙ্গিলে। [১৮] এই হেতুকে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা, ময় অচুৰৰ ৰজাক দণ্ড দিয়াৰ নিচিনাকৈ বাবিলৰ ৰজাক আৰু তেওঁৰ দেশকো দণ্ড দিম। [১৯] আৰু ময় ইস্ৰায়েলক আপোন চৰণী ঠাইলৈ ওলোটাই আনিম; তাতে সি কৰ্ম্মিল আৰু বাচানত চৰিব, ইফ্ৰয়িম পৰ্ব্বতত আৰু গিলিয়দত তাৰ প্ৰাণ তৃপ্ত হব। [২০] যিহোৱাই কৈছে, সেই দিনত আৰু সেই কালত ইস্ৰায়েলৰ অপৰাধ বিচাৰ কৰা যাব, কিন্তু একো পোৱা নেযাব, আৰু যিহুদাৰ পাপবোৰ বিচাৰ কৰা হব, কিন্তু সেইবোৰ পোৱা নেযাব; কিয়নো ময় অৱশিষ্ট ৰখাবোৰক ক্ষমা কৰিম।

[২১] তুমি মৰাথয়িম দেশৰ বিৰুদ্ধে, আৰু পকোদ-নিবাসীবিলাকৰ অহিতে যাত্ৰা কৰা; যিহোৱাই কৈছে, তুমি সিহঁতৰ পাছে পাছে গৈ সিহঁতক বধ কৰি নিঃশেষে বিনষ্ট কৰা, আৰু ময় তোমাক দিয়া সকলো আদেশ অনুসাৰে কাৰ্য্য কৰা। [২২] দেশত ৰণৰ আৰু মহাসংহাৰৰ শবদ শুনা গৈছে। [২৩] গোটেই পৃথিবীৰ হাঁতুৰীটো কেনে ছিন্ন আৰু ভগ্ন হল! জাতিবিলাকৰ মাজত বাবিল কেনে ধ্বংসস্থান হল! [২৪] হে বাবিল, ময় তোমাৰ নিমিত্তে ফান্দ পাতিলোঁ, তুমি নজনাকৈ তাত লাগিলা; তুমি যিহোৱাৰ বিৰুদ্ধে বিবাদ কৰাৰ কাৰণে তোমাক পোৱা গল, আৰু ধৰাও পড়িলা। [২৫] যিহোৱাই আপোন অস্ত্ৰৰ ভঁৰাল মেলি নিজৰ ক্ৰোধৰ অস্ত্ৰবোৰ উলিয়াই আনিলে; কিয়নো কল্দীয়াবিলাকৰ দেশত প্ৰভুৰ, বাহিনীবিলাকৰ যিহোৱাৰ কৰিবলৈ এটা কাৰ্য্য আছে। [২৬] তোমালোকে শেষ সীমাৰ পৰা তাৰ বিৰুদ্ধে আহাঁ, তাৰ শস্যৰ ভঁৰালবোৰ মেলা; শস্যৰাশিৰ নিচিনাকৈ তাক দ'ম কৰা, আৰু তাক নিঃশেষে বিনষ্ট কৰা, তাৰ একোকে থাকিব নিদিবা। [২৭] তাৰ সকলো ভতৰাক বধ কৰা, সিহঁত বধ কৰা ঠাইলৈ নামি যাওক; হায় হায়! সিহঁতৰ দিন, সিহঁতৰ দণ্ডৰ সময় আহিল। [২৮] শুনা, সেইয়া বাবিল দেশৰ পৰা পলোৱা আৰু ৰক্ষা পোৱাবিলাকৰ মাত; আমাৰ ঈশ্বৰ যিহোৱাই সধা প্ৰতিকাৰ, তেওঁৰ মন্দিৰৰ অৰ্থে সধা প্ৰতিকাৰ সিবিলাকে চিয়োনত প্ৰকাশ কৰিছে। [২৯] তোমালোকে বাবিলৰ বিৰুদ্ধে ধনুৰ্দ্ধৰবিলাকক, ধনু ভিৰাওঁতা আটাইকে মাতা, চাৰিওফালে তাৰ বিৰুদ্ধে ছাউনি পাতা, সিহঁতৰ কাকো সাৰি যাব নিদিবা, তাৰ কাৰ্য্য অনুসাৰে তাক প্ৰতিফল দিয়া, সি কৰা সকলো কাৰ্য্য অনুসাৰে তালৈ কৰা; কিয়নো সি যিহোৱাৰ বিৰুদ্ধে, ইস্ৰায়েলৰ পবিত্ৰ জনাৰেই বিৰুদ্ধে গৰ্ব্ব কৰিলে। [৩০] এই নিমিত্তে, যিহোৱাই কৈছে, তাৰ ডেকাবিলাক তাৰ চকবোৰত পতিত হব, আৰু তাৰ আটাই যুদ্ধাৰুবিলাকক সেই দিনা নিস্তব্ধ কৰা হব। [৩১] বাহিনীবিলাকৰ প্ৰভু যিহোৱাই কৈছে, হে গৰ্ব্বি, দেখ, ময় তোৰ বিপক্ষ; কিয়নো তোৰ দিন, ময় তোক দণ্ড দিয়া সময় আহিল। [৩২] আৰু গৰ্ব্বী জন উজুটি খাই পতিত হব, কোনেও তাক নুতুলিব; আৰু ময় তাৰ নগৰবোৰত জুই লগাম, আৰু সেয়ে তাৰ চাৰিওফালে থকা সকলোকে গ্ৰাস কৰিব।

[৩৩] বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, ইস্ৰায়েল আৰু যিহুদাৰ সন্তানবিলাকে একেলগে উপদ্ৰৱ পাইছে, আৰু সিবিলাকক বন্দী কৰি লোৱা সকলোৱে সিবিলাকক দৃঢ়ৰূপে ধৰিছে, এৰি দিবলৈ অসম্মত। [৩৪] সিবিলাকৰ মুক্তিদাতা বলৱান, তেওঁৰ নাম বাহিনী-

বিলাকৰ যিহোৱা ; তেওঁ পৃথিৱীক বিশ্ৰাম দিবৰ নিমিত্তে আৰু বাবিল-নিবাসীবিলাকক অস্থিৰ কৰিবৰ নিমিত্তে সিবিলাকৰ অভিযোগ সম্পূৰ্ণকৈ প্ৰতিবাদ কৰিব। [৩৫] যিহোৱাই কৈছে, কল্‌দীয়াবিলাকৰ আৰু বাবিল-নিবাসীবিলাকৰ ওপৰত, আৰু তাৰ প্ৰধান ও জ্ঞানী লোকবিলাকৰ ওপৰত তৰোৱাল আছে। [৩৬] বড় বড় কথা কওঁতাবোৰৰ ওপৰত তৰোৱাল আছে, আৰু সিহঁত হতবুদ্ধি হব ; তাৰ বীৰবিলাকৰ ওপৰত তৰোৱাল আছে, আৰু সিবিলাক ব্যাকুল হব। [৩৭] সিহঁতৰ ঘোঁৰা, ৰথ, আৰু তাৰ মাজত থকা আটাই মিহলি লোকৰ ওপৰত তৰোৱাল আছে, আৰু সিহঁত তিৰুতাৰ নিচিনা হব ; তাৰ বহুমূল্য বস্তুবোৰৰ ওপৰত তৰোৱাল আছে, আৰু সেইবোৰক লুট কৰা হব। [৩৮] তাৰ জলসমূহৰ ওপৰত খৰ আছে, আৰু সেইবোৰ শুকাব ; কিয়নো সেয়ে কটা-প্ৰতিমাৰ দেশ, আৰু তাৰ লোকবিলাক মূৰ্ত্তিত বলীয়া। [৩৯] এই নিমিত্তে অৰণ্যৰ বনৰীয়া জন্তুবোৰে ৰাংকুকুৰবোৰে সৈতে তাত বাস কৰিব, আৰু উট চৰাইবোৰে তাত বাস কৰিব ; আৰু সেয়ে চিৰকালৰ নিমিত্তে আৰু বাসস্থান নহব, বা পুৰুষানুক্ৰমে কোনেও তাত বাস নকৰিব। [৪০] যিহোৱাই কৈছে, ঈশ্বৰে চদোম, ঘমোৰা, আৰু তাৰ ওচৰত থকা নগৰবোৰ ধ্বংস কৰা সময়ৰ নিচিনাকৈ কোনো মানুহে সেই ঠাইত বাস নকৰিব, আৰু কোনো মনুষ্য-সন্তানে তাৰ মাজত প্ৰবাস নকৰিব। [৪১] দেখা, উত্তৰৰ পৰা এক জাতি আহিছে, পৃথিৱীৰ অন্তভাগৰ পৰা এক মহাজাতি আৰু অনেক ৰজা উত্তেজিত হৈছে। [৪২] সিহঁতে ধনু আৰু বড়শা ধৰে, সিহঁত নিষ্ঠুৰ আৰু দয়াহীন ; সিহঁতৰ শবদ সমুদ্ৰৰ গৰ্জ্জনৰ নিচিনা, আৰু সিহঁত ঘোঁৰাত উঠে ; হে বাবিল-জীয়াৰী, তোমাৰ বিৰুদ্ধে সিহঁত প্ৰতিজনে যুদ্ধাৰুৰ নিচিনাকৈ সাজু হৈ আছে। [৪৩] বাবিলৰ ৰজাই সিহঁতৰ যশস্যা শুনিছে, তাতে তেওঁৰ হাত দুৰ্ব্বল হল ; যাতনাই, প্ৰসবকাৰিণীৰ বেদনাৰ নিচিনা বেদনাই তেওঁক ধৰিছে। [৪৪] দেখা, যৰ্দ্দনৰ শোভাস্থানৰ পৰা সিংহ উঠি অহাৰ নিচিনাকৈ তেওঁ চিৰস্থায়ী চৰণী ঠাইৰ বিৰুদ্ধে আহিব ; কিন্তু ময়, চকুৰ পচাৰতে সিহঁতক তাৰ পৰা লৰুৱাম, আৰু ময় তাৰ ওপৰত মোৰ মনোনীত জনক নিযুক্ত কৰিম ; কাৰণ মোৰ নিচিনা কোন আছে ? আৰু মোৰ নিমিত্তে কোনে সময় নিৰূপণ কৰিব ? আৰু মোৰ আগত তিষ্টিব পৰা কোন ৰখীয়া আছে ? [৪৫] এই হেতুকে, যিহোৱাই বাবিলৰ বিৰুদ্ধে কৰা মন্ত্ৰণা, আৰু কল্‌দিয়া দেশৰ অহিতে কৰা অভিপ্ৰায়বোৰ তোমালোকে শুনা ; অৱশ্যে জাকৰ সৰুবোৰেও সিহঁতক টানি লৈ যাব, অৱশ্যে সিহঁতৰ চৰণী ঠায়ে সিহঁতৰ বিষয়ে বিস্ময় মানিব। [৪৬] বাবিলক হাত কৰি লোৱাৰ শবদত পৃথিৱী কঁপিছে, আৰু জাতিবিলাকৰ মাজত চিঁয়ৰৰ শবদ শুনা গৈছে।

৫১ যিহোৱাই এই কথা কৈছে, দেখা, ময় বাবিলৰ আৰু লেব্‌-কাময়-নিবাসীবিলাকৰ বিৰুদ্ধে এক বিনাশক বতাহ বলোৱাম। [২] আৰু ময় বাবিললৈ বিদেশীবোৰক পঠাম, সিহঁতে তাক জাৰিব, আৰু তাৰ দেশ শূন্য কৰিব ; কিয়নো সঙ্কটৰ দিনা সিহঁত চাৰিওফালে তাৰ বিৰুদ্ধী হব। [৩] ধনুৰ্দ্ধৰে আপোন ধনু নিভিৰাওক, আৰু কৱচ পিন্ধি অহঙ্কাৰ নকৰোক ; তোমালোকে তাৰ ডেকা মানুহবিলাকক দয়া নকৰিবা, তাৰ সকলো সৈন্যক নিঃশেষে বিনষ্ট কৰা। [৪] সিহঁতে কল্‌দীয়াবিলাকৰ দেশত হত হৈ, আৰু তাৰ আলিত খোঁচ খাই পড়ি থাকিব। [৫] কিয়নো, যদিও ইস্ৰায়েল কি যিহূদা দেশ ইস্ৰায়েলৰ পবিত্ৰ জনাৰ বিৰুদ্ধে দোষেৰে ভৰা, তথাপি বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাৰ দ্বাৰায় সি পৰিত্যক্ত হোৱা নাই। [৬] তোমালোক বাবিলৰ মাজৰ পৰা পলোৱা, আৰু প্ৰতিজনে আপোন আপোন প্ৰাণ ৰক্ষা কৰা, তাৰ দোষত বিনষ্ট নহবা ; কিয়নো এয়ে যিহোৱাই সধা প্ৰতিকাৰৰ সময়, তেওঁ তাক প্ৰতিফল দিব। [৭] বাবিল, সমস্ত পৃথিৱীক মতলীয়া কৰা যিহোৱাৰ হাতত থকা সোণৰ এক পান-পাত্ৰ ; জাতিবিলাকে তাৰ দ্ৰাক্ষাৰস পান কৰিলে, সেই নিমিত্তে জাতিবিলাক পগলা হল। [৮] বাবিল অকস্মাৎ পতিত হৈ বিনষ্ট হল ; তোমালোকে তাৰ নিমিত্তে হাহাকাৰ কৰা, তাৰ বেদনাৰ নিমিত্তে সুস্থজনক গছৰ ৰস লোৱা, কিজানি সি সুস্থ হব পাৰে। [৯] আমি বাবিলক

সুস্থ কৰিবলৈ যত্ন কৰিছিলোঁ, কিন্তু সি সুস্থ নহল ; তোমালোকে তাক ত্যাগ কৰা, আহাঁ, আমি প্ৰতিজনে আপোন আপোন দেশলৈ যাওঁহঁক ; কিয়নো তাৰ দোষে আকাশ স্পৰ্শ কৰিছে, আৰু গগণ-মণ্ডললৈকে উঠিছে। [১০] যিহোৱাই আমাৰ ধাৰ্ম্মিকতা প্ৰকাশ কৰিলে ; আহাঁ, আমি আমাৰ ঈশ্বৰ যিহোৱাৰ কৰ্ম্ম চিয়োনত প্ৰচাৰ কৰোঁগৈ। [১১] তোমালোকে কাঁড়বোৰ ধাৰ দিয়া, ঢাল শকতকৈ ধৰা ; যিহোৱাই মাদীয়া ৰজাবিলাকৰ মন উচটাইছে, কিয়নো বাবিলক নষ্ট কৰিবৰ নিমিত্তে তেওঁৰ কল্পনা তাৰ বিৰুদ্ধে ; কাৰণ এয়ে যিহোৱাই সধা প্ৰতিকাৰ, তেওঁৰ মন্দিৰৰ অৰ্থে সধা প্ৰতিকাৰ। [১২] তোমালোকে বাবিলৰ গড়ৰ অহিতে ধ্বজা তোলা, পৰীয়াবোৰক সাহীয়াল কৰোৱা, প্ৰহৰী নিযুক্ত কৰা, আৰু গুপুত ঠাইত সৈন্য ৰাখা ; কিয়নো যিহোৱাই বাবিল-নিবাসীবিলাকৰ বিষয়ে কোৱা কথা কল্পনা কৰিলে, আৰু সিদ্ধও কৰিলে। [১৩] হে বহুজল-নিবাসিনি, বহুমূল্য বস্তুৰে পৰিপূৰ্ণা, তোমাৰ অন্তিম কাল উপস্থিত, তোমাৰ লোভৰ পৰিমাণ পূৰ হল। [১৪] বাহিনীবিলাকৰ যিহোৱাই আপোন নাম লৈ শপথ কৰি কলে, ময় অৱশ্যে ফৰিঙৰ নিচিনাকৈ মানুহেৰে তোমাক পৰিপূৰ্ণ কৰিম, আৰু সিহঁতে তোমাৰ বিৰুদ্ধে জয়ধ্বনি কৰিব।

[১৫] তেওঁ আপোন শক্তিৰে পৃথিবী স্ৰজন কৰিলে, নিজ জ্ঞানেৰে জগত স্থাপন কৰিলে, আৰু নিজ বুদ্ধিৰে আকাশ-মণ্ডল বিস্তাৰ কৰিলে। [১৬] তেওঁ মাত লগালে আকাশ-মণ্ডলত জলসমূহৰ কোলাহল হয়, আৰু তেওঁ পৃথিবীৰ অন্তভাগৰ পৰা ভাপবোৰ তোলে ; তেওঁ বৃষ্টিৰ নিমিত্তে বিজুলী স্ৰজে, আৰু আপোন ভঁৰালৰ পৰা বতাহ বাহিৰ কৰি আনে। [১৭] প্ৰতিজন মানুহ পশুতুল্য আৰু জ্ঞানশূন্য, প্ৰতিজন সোণাৰী তাৰ কটা-প্ৰতিমাৰ দ্বাৰায় লজ্জিত হয় ; কাৰণ তাৰ সাঁচত ঢলা মূৰ্ত্তি মিছা, সেইবোৰৰ ভিতৰত নিশ্বাস-প্ৰশ্বাস নাই। [১৮] সেইবোৰ ভাপ আৰু প্ৰবঞ্চনাৰ কাৰ্য্য মাথোন ; দণ্ড দিয়া কালত সেইবোৰ বিনষ্ট হব। [১৯] যাকোবৰ অংশ সেইবোৰৰ নিচিনা নহয় ; কিয়নো তেওঁ সকলোৰে নিৰ্ম্মাণকৰ্ত্তা ; আৰু ইস্ৰায়েল তেওঁৰ আধিপত্যৰ কৈদ ; বাহিনীবিলাকৰ যিহোৱা তেওঁৰ নাম।

[২০] তুমি মোৰ গদা আৰু যুদ্ধৰ অস্ত্ৰ ; তোমাৰ দ্বাৰায় ময় নানা জাতিক খণ্ড খণ্ড কৰিম, আৰু তোমাৰ দ্বাৰায় নানা ৰাজ্য সংহাৰ কৰিম ; [২১] ময় তোমাৰ দ্বাৰায় ঘোঁৰা আৰু তাত উঠা জনক ডোখৰ ডোখৰ কৰিম, তোমাৰ দ্বাৰায় ৰথ আৰু তাত উঠা জনক ডোখৰ ডোখৰ কৰিম ; [২২] ময় তোমাৰ দ্বাৰায় মটা আৰু তিৰুতাক ডোখৰ ডোখৰ কৰিম, তোমাৰ দ্বাৰায় বুঢ়া আৰু ডেকাক ডোখৰ ডোখৰ কৰিম, আৰু তোমাৰ দ্বাৰায় যুবা আৰু যুবতীক ডোখৰ ডোখৰ কৰিম ; [২৩] ময় তোমাৰ দ্বাৰায় জাকৰ ৰখীয়াক আৰু তাৰ জাকক ডোখৰ ডোখৰ কৰিম, তোমাৰ দ্বাৰায় খেতিয়কক আৰু তাৰ বলদহালক ডোখৰ ডোখৰ কৰিম, তোমাৰ দ্বাৰায় শাসনকৰ্ত্তা আৰু দেশাধ্যক্ষবিলাকক ডোখৰ ডোখৰ কৰিম। [২৪] আৰু যিহোৱাই কৈছে, ময় বাবিলক আৰু কল্দীয়া-নিবাসী আটাইবোৰক তোমালোকৰ দৃষ্টিত সিহঁতে চিয়োনত কৰা সকলো কুকৰ্ম্মৰ প্ৰতিফল দিম।

[২৫] যিহোৱাই কৈছে, হে সমস্ত পৃথিবী বিনষ্ট কৰোঁতা বিনাশক পৰ্ব্বত, ময় তোমাৰ বিপক্ষ, ময় তোমাৰ ওপৰলৈ মোৰ হাত মেলি শিলবোৰৰ পৰা তোমাক বগৰাম, আৰু তোমাক জলি যোৱা পৰ্ব্বত কৰিম। [২৬] চুকৰ বা ভিত্তিমূলৰ নিমিত্তে কোনো মানুহে তোমাৰ পৰা এটা শিলো নলব ; কিন্তু যিহোৱাই কৈছে, তুমি চিৰকলীয়া ধ্বংসস্থান হবা। [২৭] তোমালোকে দেশত নিচান তোলা, জাতিবিলাকৰ মাজত শিঙ্গা বজোৱা, তাৰ অহিতে জাতিবিলাকক যুগুত কৰা, অৰাৰট, মিন্নী, আৰু অস্কিনজ ৰাজ্যবোৰক তাৰ অহিতে মাতা, তাৰ অহিতে প্ৰধান সেনাপতি নিযুক্ত কৰা, স্থং থকা ফৰিঙৰ নিচিনাকৈ ঘোঁৰাবোৰ পঠোৱা। [২৮] তোমালোকে তাৰ অহিতে জাতিবিলাকক, মাদিয়া দেশৰ ৰজাবিলাকক, তাৰ শাসনকৰ্ত্তা আৰু সকলো দেশাধ্যক্ষবিলাকক, আৰু সিবিলাকৰ ৰাজ্যৰ সমস্ত দেশৰ লোকক যুগুত কৰা। [২৯] দেশে কঁপিছে আৰু বেদনা পাইছে ; কিয়নো বাবিল দেশক ধ্বংস আৰু নিবাসীশূন্য কৰিবলৈ বাবি-

লৰ অহিতে যিহোৱাৰ সঙ্কল্প সিদ্ধ হৈছে। ৩০ বাবিলৰ বীৰবিলাকে যুদ্ধ কৰিবলৈ এৰিছে, আপোনাবিলাকৰ দৃঢ় কোঁঠবোৰত থাকিছে; সিবিলাকৰ শক্তি নাইকিয়া হল; সিবিলাক তিৰুতাৰ নিচিনা হল, বাবিলৰ বাসস্থানবোৰত জুই লাগিল, তাৰ ডাংবোৰ ভাগিল। ৩১ বাবিলৰ ৰজাৰ নগৰ যে চাৰিওপোনে শত্ৰুৰ হাতত পৰিল, ইয়াকে তেওঁক জনাবৰ নিমিত্তে এটা ডাকোৱালে লৰি গৈ আন ডাকোৱালৰ, ৩২ আৰু এজন দূতে আন দূতৰ লগ পাইছে; আৰু পাৰঘাটবোৰ লোৱা হল, নলবোৰ জুই লগাই পুৰিলে, আৰু যুদ্ধাৰুবিলাক বিহ্বল হল।

৩৩ কিয়নো ইস্রায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, "বাবিল-জীয়াৰী শস্য মৰণা মৰা কালৰ খলাস্বৰূপ, আৰু অলপতে শস্য কাটিবৰ সময় তাইলৈ আহিব।' ৩৪ বাবিলৰ ৰজা নবূখদ্‌নেচৰে মোক গ্ৰাস কৰিলে, মোক গুৰি কৰিলে, মোক শূন্যপাত্ৰ কৰিলে, মোক নাগৰ দৰে গিলি পেলালে, মোৰ সুস্বাদু বস্তুৰে আপোন উদৰ পূৰ কৰিলে, আৰু মোক বাহিৰলৈ পেলালে। ৩৫ মোলৈ আৰু মোৰ মাংসলৈ কৰা অত্যাচাৰৰ ফল বাবিললৈ হওক, এই বুলি চিয়োন-নিবাসিনীয়ে কব; আৰু, মোৰ ৰক্তপাতৰ ফল কল্‌দিয়া-নিবাসীবিলাকলৈ ঘটোক, এই বুলি যিৰূচালেমে কব। ৩৬ এই হেতুকে যিহোৱাই এই কথা কৈছে, দেখা, ময় তোমাৰ অভিযোগ প্ৰতিবাদ কৰিম, আৰু তোমাৰ নিমিত্তে প্ৰতিকাৰ সাধিম; ময় তাৰ সমুদ্ৰ জলশূন্য কৰিম, আৰু তাৰ ভুমুক শুকুৱাম। ৩৭ আৰু বাবিল ভগ্নৰাশি, শিয়ালৰ বাসস্থান, আশ্চৰিত আৰু ইচ ইচৰ বিষয়, আৰু নিবাসীশূন্য হব। ৩৮ সিহঁতে ডেকা সিংহৰ নিচিনাকৈ একেলগে গৰ্জ্জন কৰিব; সিহঁতে সিংহৰ পোৱালিৰ নিচিনাকৈ গুঞ্জৰিব। ৩৯ যিহোৱাই কৈছে, সিহঁতৰ ৰাগী ধৰা সময়ত ময় সিহঁতলৈ ভোজ পাতিম, আৰু সিহঁতে ৰঙ্গ-ধেমালি কৰিবৰ নিমিত্তে, আৰু অনন্ত নিদ্ৰা গৈ সাৰ নেপাবৰ নিমিত্তে সিহঁতক মতলীয়া কৰিম। ৪০ ময় সিহঁতক মেৰ পোৱালিৰ নিচিনাকৈ, মটা ছাগেৰে সৈতে মটা মেৰৰ নিচিনাকৈ বধৰ ঠাইলৈ নমাই আনিম। ৪১ চেচকক কেনেৰূপে হাত কৰি লোৱা হল! গোটেই পৃথিবীৰ প্ৰশংসাৰ স্থল কেনে অকস্মাৎ ধৰা পৰিল! জাতিবিলাকৰ মাজত বাবিল কেনে ধ্বংসস্থান হল! ৪২ বাবিলৰ ওপৰত সমুদ্ৰ উঠিল; তাৰ ঢৌসমূহেৰে তাক ঢকা হল। ৪৩ তাৰ নগৰবোৰ ধ্বংসস্থান, শুকান ভূমি, মৰুভূমি, মানুহে বাস নকৰা বা তাৰ মাজেদি মনুষ্য-সন্তান নোযোৱা ঠাই হল। ৪৪ ময় বাবিলত বাল দেৱতাক দণ্ড দিম, আৰু সি গিলি পেলোৱা বস্তু তাৰ মুখৰ পৰা উলিয়াম; জাতিবিলাকে তাৰ ওচৰলৈ একেলগে সোঁত বোৱাদি আৰু নবব; এনে কি, বাবিলৰ গড়ো পতিত হব।

৪৫ হে মোৰ প্ৰজাবিলাক, তোমালোক তাৰ মাজৰ পৰা ওলোৱা; আৰু প্ৰতিজনে যিহোৱাৰ প্ৰচণ্ড ক্ৰোধৰ পৰা আপোনাকে ৰক্ষা কৰা। ৪৬ তোমালোকৰ হৃদয় সাহ নাইকিয়া নহওক, বা দেশত শুনা জনৰবৰ নিমিত্তে তোমালোকে ভয় নকৰিবা; কিয়নো এবছৰত এটা জনৰব হব, তাৰ পাছত আন বছৰত আৰু এটা জনৰব হব, আৰু দেশত অত্যাচাৰ, শাসনকৰ্ত্তাৰ অহিতে শাসনকৰ্ত্তা হব। ৪৭ এই হেতুকে দেখা, যি দিনা ময় বাবিলৰ কটা-প্ৰতিমাবোৰক দণ্ড দিম, আৰু তাৰ গোটেই দেশে লাজ পাব, এনে দিন আহিছে; আৰু তাৰ সমস্ত হত লোক তাৰ মাজত পতিত হব। ৪৮ তেতিয়া আকাশ-মণ্ডল আৰু পৃথিবী, আৰু সেইবোৰত থকা সকলোৱে বাবিলৰ ওপৰত আনন্দ-গান কৰিব; কিয়নো যিহোৱাই কৈছে, বিনাশকবিলাক উত্তৰৰ পৰা তাৰ গুৰিলৈ আহিব। ৪৯ বাবিলে যেনেকৈ ইস্রায়েলৰ হত লোকবিলাকক পতিত কৰিলে, সেই দৰে সমস্ত দেশৰ হত লোকবিলাক বাবিলত পতিত হব। ৫০ হে তৰোৱালৰ পৰা ৰক্ষা পোৱা লোকবিলাক, তোমালোকে যোৱা, ৰৈ নেথাকিবা, দূৰৈৰ পৰা যিহোৱাক সোঁৱৰণ কৰা, আৰু যিৰূচালেম তোমালোকৰ মনত উদয় হওক। ৫১ আমি ধিক্কাৰৰ কথা শুনি লাজ পাইছোঁ, আমাৰ মুখ অপমানে ঢাকিছে; কিয়নো বিদেশীবিলাক যিহোৱাৰ গৃহৰ পবিত্ৰস্থানবোৰত সোমাল। ৫২ এই হেতুকে, যিহোৱাই

কৈছে, দেখা, যি দিনা মই তাৰ কটা-প্ৰতিমা-বোৰক দণ্ড দিম, আৰু তাৰ দেশৰ সকলো ফালে খুন হোৱা লোকে কেঁকাব, এনে দিন আহিছে। [৫৩] যিহোৱাই কৈছে, বাবিল যদিও আকাশলৈকে উন্নত হয়, আৰু আপোনাৰ ওখ কোঁঠবোৰ দৃঢ় কৰে, তথাপি মোৰ পৰা তাৰ ওচৰলৈ বিনাশকবিলাক যাব। [৫৪] বাবিলৰ পৰা চিঞৰৰ, আৰু কল্‌দীয়াবিলাকৰ দেশৰ পৰা মহাসংহাৰৰ শবদ উঠিছে। [৫৫] কিয়নো যিহোৱাই বাবিলক উচ্ছন্ন কৰিছে, আৰু তাৰ মাজত হোৱা মহাশবদ নাইকিয়া কৰিছে; সিহঁতৰ ঢৌবোৰে জলসমূহৰ নিচিনাকৈ গৰ্জ্জন কৰিছে, সিহঁতৰ কোলাহলৰ শবদ শুনা গৈছে। [৫৬] কাৰণ তাৰ ওপৰলৈ, বাবিলৰ ওপৰলৈকে বিনাশক আহিল, আৰু তাৰ বীৰবিলাক ধৰা পৰিল, সিবিলাকৰ ধনু ডোখৰডোখৰকৈ ভঙা হল; কিয়নো যিহোৱা প্ৰতিফল দিওঁতা ঈশ্বৰ, তেওঁ অৱশ্যে প্ৰতিফল দিব। [৫৭] আৰু মই তাৰ প্ৰধান আৰু জ্ঞানীবিলাকক, তাৰ শাসনকৰ্ত্তা আৰু দেশাধ্যক্ষবিলাকক, আৰু তাৰ বীৰবিলাকক মতলীয়া কৰিম; আৰু বাহিনীবিলাকৰ যিহোৱা নামেৰে প্ৰখ্যাত ৰজাই কৈছে, সিবিলাকে অনন্ত নিদ্ৰা গৈ সাৰ নেপাব। [৫৮] বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, বাবিলৰ বহল গড়বোৰ নিঃশেষে বিনষ্ট হব, আৰু তাৰ ওখ দুৱাৰবোৰ অগ্নিৰে পোৰা হব; আৰু লোকবিলাকে অসাৰৰ নিমিত্তে, আৰু জাতিবিলাকে অগ্নিৰ নিমিত্তে পৰিশ্ৰম কৰিব, আৰু সিহঁত ক্লান্ত হব।

[৫৯] মহচেয়াৰ নাতিয়েক নেৰিয়াৰ পুত্ৰ চৰায়া যিহুদাৰ ৰজা চিদিকিয়াই সৈতে বাবিললৈ যোৱা সময়ত, তেওঁৰ ৰাজত্বৰ চতুৰ্থ বছৰত যিৰিমিয়া ভাববাদীয়ে তেওঁক দিয়া আজ্ঞাৰ কথা। সেই চৰায়া ৰাজগৃহৰ প্ৰধান অধ্যক্ষ আছিল। [৬০] আৰু বাবিললৈ ঘটিব লগা সকলো অমঙ্গলৰ কথা, অৰ্থাৎ বাবিলৰ বিষয়ে লিখা এই আটাইবোৰ বাক্য যিৰিমিয়াই এখনি পুথীত লিখিলে। [৬১] আৰু যিৰিমিয়াই চৰায়াক কলে, সাৱধান, তুমি বাবিল পালে এই সকলো কথা পাঠ কৰিবা, [৬২] আৰু কবা, হে যিহোৱা, পশু কি মানুহ কোনেও ইয়াত বাস নকৰিবৰ নিমিত্তে, কিন্তু চিৰকাললৈকে ধ্বংসস্থান হবৰ নিমিত্তে উচ্ছন্ন কৰিবৰ কথা তুমি এই ঠাইৰ বিষয়ে কৈছা। [৬৩] পাছে তুমি এই পুথীখনি পঢ়ি এঁটোৱা হলে, ইয়াত এটা শিল বান্ধি ফৰাৎ নদীৰ মাজ ঠাইত পেলাই দিবা, [৬৪] আৰু তুমি কবা, মই বাবিললৈ যি অমঙ্গল ঘটাম, তাৰ কাৰণে বাবিল এই ৰূপে মগ্ন থাকিব, কেতিয়াও আৰু নুঠিব; "আৰু সিহঁত ক্লান্ত হব।"

যিৰিমিয়াৰ বাক্য ইমানলৈকে।

### যিৰূচালেমৰ আৰু যিহুদাৰ বিনাশ।

**৫২** চিদিকিয়াই একৈশ বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত এঘাৰ বছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ নাম লিব্‌না-নিবাসী যিৰিমিয়াৰ জীয়েক হমূটল। [২] যিহোয়াকীমৰ সকলো কাৰ্য্য অনুসাৰে তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; [৩] কিয়নো, যিৰূচালেম আৰু যিহুদাৰ লোকবিলাকক যিহোৱাই আপোনাৰ আগৰ পৰা দূৰ নকৰিলেমানে, তেওঁৰ ক্ৰোধৰ কাৰণে সিবিলাকলৈ দুৰ্ঘটনা ঘটিল; আৰু চিদিকিয়াই বাবিলৰ ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ কৰিলে। [৪] পাছে তেওঁৰ ৰাজত্বৰ নৱম বছৰৰ দশম মাহৰ দশম দিনা, বাবিলৰ ৰজা নবূখদ্‌ৰেচৰ আৰু তেওঁৰ সকলো সৈন্যসামন্তই যিৰূচালেমৰ বিৰুদ্ধে আহি তাৰ বিৰুদ্ধে ছাউনি পাতিলে, আৰু তাৰ অহিতে চাৰিওফালে কোঁঠ সাজিলে। [৫] এই ৰূপে চিদিকিয়াৰ ৰাজত্বৰ একাদশ বছৰলৈকে নগৰখন অৱৰোধ কৰা আছিল। [৬] পাছে চতুৰ্থ মাহৰ নৱম দিনা নগৰত আকাল অতিশয় টান হোৱাত, দেশৰ লোকবিলাকৰ নিমিত্তে খোৱা বস্তু একোৱেই নেথাকিল। [৭] সেই সময়ত নগৰৰ গড়ৰ কোনো এক ঠাই ভঙা হলত, সকলো যুদ্ধাৰু লোক পলাই ৰজাৰ উদ্যানৰ ওচৰত থকা গড় দুটাৰ মাজৰ দুৱাৰখনৰ বাটেদি নগৰৰ বাহিৰলৈ ৰাতিয়েই ওলাই গল, (তেতিয়া কল্‌দীয়াবিলাক নগৰৰ বিৰুদ্ধে চাৰিওফালে আছিল;) আৰু সিবিলাক অৰাবাৰ বাটেদি গল। [৮] কিন্তু কল্‌দীয়াবিলাকৰ সৈন্যসামন্তই ৰজাৰ পাছত খেদি গৈ, যিৰীহোৰ সমথলত চিদিকিয়াক লগ ধৰিলে; তেতিয়া তেওঁৰ সকলো সৈন্যসামন্ত তেওঁৰ ওচৰৰ পৰা ছিন্ন-

ভিন্ন হৈ গল। [9] পাছে সিহঁতে রজাক ধরি হমাৎ দেশর রিব্লাহৈ বাবিলর রজার ওচরলৈ নিলে; তাতে তেওঁ তেওঁলৈ দণ্ডাজ্ঞা করিলে। [10] বাবিলর রজাই চিদিকিয়ার পুতেকবিলাকক তেওঁর চকুর আগতে বধ করিলে, আরু যিহূদার আটাই প্রধান লোককো রিব্লাত বধ করিলে। [11] তার বাহিরে বাবিলর রজাই চিদিকিয়ার চকু কাঢ়ি, তেওঁক শিকলিরে বান্ধি বাবিললৈ লৈ গল, আরু তেওঁ নমরা দিনলৈকে তেওঁক বন্দীশালত বন্ধ করি রাখিলে।

[12] পাছে পঞ্চম মাহর দশম দিনা, বাবিলর রজা নবূখদ্‌রেচরর রাজত্বর ঊনৈশ বছরর বছরি, বাবিলর রজার আগত থিয় হওঁতা নবূজরদান রক্ষক-সেনাপতিয়ে যিরূচালেমলৈ আহি, [13] যিহোবার গৃহটো আরু রাজগৃহটো পুরিলে, আরু যিরূচালেমর সকলো ঘর, বিশেষকৈ প্রত্যেক ডাঙর ঘর জুই দি পুরিলে। [14] আরু সেই রক্ষক-সেনাপতির লগত অহা কল্‌দীয়াবিলাকর সকলো সৈন্যসামন্তই যিরূচালেমর চারিওফালর আটাইবোর গড় ভাঙি পেলালে। [15] আরু নবূজরদান রক্ষক-সেনাপতিয়ে প্রজাবিলাকর কেতবিলাক দরিদ্র লোকক, নগরর বাকী থকা লোকবিলাকক বাবিলর রজার ফলীয়া হবলৈ পলাই যোরাবিলাকক, আরু অবশিষ্ট সাধারণ লোকবিলাকক বন্দী করি লৈ গল। [16] কিন্তু দ্রাক্ষা আপডাল করোঁতা আরু খেতিয়ক হবলৈ, নবূজরদান রক্ষক-সেনাপতিয়ে দেশর কেতবিলাক দুঃখীয়া মানুহ এরি গল। [17] আরু যিহোবার গৃহর পিত্তলর স্তম্ভ দুটা, আরু যিহোবার গৃহর আধারবোর ও পিত্তলর সমুদ্র-পাত্রটো কল্‌দীয়াবিলাকে ডোখরডোখরকৈ ভাঙি সেইবোরর আটাইবোর পিত্তল বাবিললৈ লৈ গল। [18] আরু ছাই পেলোরা পাত্র, ছাই উলিওরা হেঁতা, কটারি, তেজ পেলোরা পাত্র, পিয়লা আদি করি পরিচর্য্যাকর্ম্ম করা পিত্তলর আটাই বস্তু সিহঁতে লৈ গল। [19] আরু চরিয়া, আঙঠা-ধরা, তেজ পেলোরা পাত্র, ছাই পেলোরা পাত্র, দীপাধার, পিয়ালা, বাটি আদি করি সোণর পাত্রর সোণ, আরু রূপর পাত্রর রূপ রক্ষক-সেনাপতিয়ে লৈ গল। [20] আরু চলোমন রজাই যিহোবার গৃহর নিমিত্তে সেই যি দুটা স্তম্ভ, এটা সমুদ্র-পাত্র, আরু আধারবোরর তলত থকা বারটা পিত্তলর বৃষ সজাইছিল, সেই সকলো বস্তুর পিত্তল অপরিমিত আছিল। [21] আরু সেই স্তম্ভ দুটার বিষয়ে হলে প্রথমটো ওখই ওঠের হাত; আরু বার হতীয়া সূতাই তাক মেরাব পারিছিল, আরু তার ডাঠ চারি আঙুল; সেয়ে ফোঁপোলা আছিল। [22] আরু তার ওপরত পিত্তলর এটা মাথ্‌লা আছিল, সেই মাথ্‌লা ওখই পাঁচ হাত; আরু মাথ্‌লাত চারিওফালে জালি-কটা আরু ডালিম আছিল; সেই আটাইবোর পিত্তলর; দ্বিতীয় স্তম্ভটোও সেই প্রকার, আরু তারো ডালিম আছিল। [23] চারিওফালে ছিয়ান্নব্বইটা ডালিম আছিল, আরু চারিওফালে জালি-কটার ওপরত সর্ব্বমোট এশ ডালিম আছিল। [24] পাছে রক্ষক-সেনাপতিয়ে প্রধান পুরোহিত চরায়াক, আরু দ্বিতীয় পুরোহিত চফনিয়াক, আরু তিনি জন দুৱরীক ধরিলে; [25] আরু নগরর লোকবিলাকর মাজর, যুদ্ধারুবিলাকর ওপরত নিযুক্ত এজন অধ্যক্ষক, নগরত পোরা রাজসভাসদ্‌সকলর সাত জন মানুহক, দেশর প্রজাবিলাকর সৈন্যর নাম ভর্ত্তি করোঁতা প্রধান সেনাপতির লিখক জনক, আরু নগরর মাজত পোরা দেশর প্রজাবিলাকর ষাইঠি জন মানুহক ধরিলে। [26] আরু নবূজরদান রক্ষক-সেনাপতিয়ে সিবিলাকক রিব্লাহৈ বাবিলর রজার ওচরলৈ লৈ গল। [27] পাছে বাবিলর রজাই হমাৎ দেশর রিব্লাত সিবিলাকক আঘাত করাই বধ করিলে। এই রূপে যিহূদাক আপোন দেশর পরা দেশান্তর করা হল। [28] নবূখদ্‌রেচরে দেশান্তর করা লোকবিলাকর সংখ্যা এই; সপ্তম বছরত তেওঁ তিনি হাজার তেইশ জন যিহূদী মানুহক দেশান্তর করি নিলে; [29] নবূখদ্‌রেচরর রাজত্বর অষ্টাদশ বছরত তেওঁ যিরূচালেমর পরা আঠ শ বত্রিশ জনক দেশান্তর করি লৈ গল; [30] নবূখদ্‌রেচরর রাজত্বর তেইশ বছরর বছরি নবূজরদান রক্ষক-সেনাপতিয়ে যিহূদীবিলাকর মাজর পরা সাত শ পঞ্চল্লিশ জনক দেশান্তর করি লৈ গল; সর্ব্বমোট চারি হাজার ছশ লোক লৈ গল।

[31] পাছে যিহূদার রজা যিহোয়াখীনর বন্দী-অবস্থার সাতত্রিশ বছরর বছরি, দ্বাদশ মাহর পঁচিশ দিনর দিনা বাবিলর ইবীল-মরোদক

ৰজাই আপোনাৰ ৰাজত্বৰ প্ৰথম বছৰত যিহূদাৰ ৰজা যিহোৱাখীনৰ মূৰ দাঙি, তেওঁক বন্দীশালৰ পৰা মুক্ত কৰিলে; ৩২ আৰু তেওঁক মৰমৰ কথা কলে, আৰু বাবিলত তেওঁৰ লগত থকা ৰজাবিলাকৰ আসনতকৈ তেওঁৰ আসন ওখত স্থাপন কৰিলে। ৩৩ আৰু তেওঁ আপোনাৰ বন্দীশালৰ কাপৰ সলালে, আৰু তেওঁ জীয়াই থাকেমানে ৰজাৰ আগত সদায় ভোজন কৰিলে। ৩৪ আৰু তেওঁৰ খোৰাকৰ বিষয়ে হলে, তেওঁ জীয়াই থাকেমানে নমৰালৈকে, বাবিলৰ ৰজাৰ আজ্ঞাৰে এক এক দিনৰ উপযুক্ত খাদ্য দ্ৰব্য প্ৰতিদিনে তেওঁক দিয়া হৈছিল।

# যিৰিমিয়াৰ বিলাপ।

### যিৰূচালেমৰ দুঃখভোগ।

১ প্ৰজাৰে পৰিপূৰ্ণ নগৰী কেনে অকলসৰীয়া হৈ বহি আছে!
তেওঁ কেনে বিধবাৰ নিচিনা হল!
যি জনী জাতিবিলাকৰ মাজত মহতী, আৰু প্ৰদেশবোৰৰ মাজত ৰাণী আছিল,
তেওঁ কেনে কৰদাত্ৰী হল!
২ তেওঁ ৰাতি বৰকৈ কান্দে; তেওঁৰ চকুৰ পানী তেওঁৰ গালত আছে;
তেওঁৰ প্ৰেমকাৰীবিলাকৰ মাজত তেওঁক সান্ত্বনা কৰিবলৈ কোনো নাই;
তেওঁৰ সকলো বন্ধুৱে তেওঁৰ অহিতে বিশ্বাসঘাতকতা কৰিলে,
সিবিলাক তেওঁৰ শত্ৰু হল।
৩ দুঃখ আৰু টান বন্দীকামৰ নিমিত্তে যিহূদা দেশান্তৰলৈ গল;
তেওঁ জাতিবিলাকৰ মাজত বাস কৰিছে, তেওঁ একো বিশ্ৰাম নেপায়;
তেওঁৰ পাছে পাছে খেদি যোৱাবিলাকে ঠেক বাটত তেওঁক লগ ধৰিলে।
৪ পৰ্ব্বলৈ কোনো নোযোৱাত চিয়োনৰ পথবোৰে শোক কৰিছে;
তেওঁৰ আটাই দুৱাৰ ধ্বংস কৰা হল, তেওঁৰ পুৰোহিতবিলাকে হুমুনিয়াহ পেলায়;
তেওঁৰ কুমাৰীবিলাক দুঃখিত হৈছে, আৰু তেওঁ নিজে অতি বেজাৰত আছে।
৫ তেওঁৰ শত্ৰুবোৰ প্ৰধান হল, তেওঁৰ বৈৰীবোৰৰ উন্নতি হল;
কিয়নো তেওঁৰ অপৰাধ অধিক হোৱাৰ কাৰণে যিহোৱাই তেওঁক ক্লেশ দিলে;
তেওঁৰ শিশুবিলাক শত্ৰুৰ আগে আগে বন্দী-অৱস্থালৈ গল।
৬ আৰু চিয়োন-জীয়াৰীৰ সকলো শোভাই তেওঁক এৰি গল;
তেওঁৰ অধ্যক্ষবিলাক চৰণী ঠাই নোপোৱা হৰিণৰ নিচিনা হল,
আৰু শক্তিহীন হৈ খেদি নিয়া লোকৰ আগে আগে গল।
৭ যিৰূচালেমে আপোনাৰ দুঃখ আৰু কষ্টৰ দিনত,
পূৰ্ব্বকালৰ আপোনাৰ আটাই মনোহৰ বস্তু সোঁৱৰণ কৰিছে;
যেতিয়া তেওঁৰ প্ৰজাবিলাক শত্ৰুৰ হাতত পৰিল, আৰু কোনেও সহায় নকৰিলে,
তেতিয়া শত্ৰুবোৰে তেওঁক দেখি তেওঁৰ ধ্বংস-অৱস্থাত উপহাস কৰিলে।
৮ যিৰূচালেমে অতিশয় পাপ কৰিলে, এই নিমিত্তে তেওঁ অশুচি বস্তু যেন হল;

তেওঁৰ সন্মানকাৰীবিলাকে তেওঁৰ উলঙ্গতা দেখাৰ কাৰণে তেওঁক তুচ্ছজ্ঞান কৰিছে ;
তেওঁ নিজেও হুমুনিয়াহ পেলাইছে, আৰু পাছফাললৈ মুখ ঘুৰাইছে।
৯ তেওঁৰ চুৱা তেওঁৰ কাপৰৰ আঁচলত লাগি আছে, তেওঁ আপোনাৰ শেষগতি মনত নকৰিলে ;
এই নিমিত্তে আশ্চৰিতৰূপে তেওঁৰ অধোগতি হল, তেওঁক সান্ত্বনা কৰোঁতা কোনো নাই।
হে যিহোৱা, মোৰ দুঃখ দেখা, কাৰণ শত্ৰুৱে গৰ্ব্ব কৰিলে।
১০ শত্ৰুৱে তেওঁৰ আটাই মনোহৰ বস্তুৰ ওপৰত হাত দিলে ;
কিয়নো তুমি যি জাতিবোৰক তোমাৰ সমাজত সোমাবলৈ নিষেধ কৰিছিলা,
সেই জাতিবোৰক তেওঁৰ পবিত্ৰস্থানত সোমোৱা তেওঁ দেখিছে।
১১ তেওঁৰ সকলো প্ৰজাই হুমুনিয়াহ পেলাই অন্ন বিচাৰিছে ;
সিবিলাকে প্ৰাণ ৰাখিবৰ অৰ্থে আহাৰৰ নিমিত্তে আপোন আপোন মনোহৰ বস্তুবোৰ দিলে।
হে যিহোৱা, চোৱা আৰু মন দিয়া ; কিয়নো মই নীহ অৱস্থাত পড়িলোঁ।
১২ হে বাটৰুৱাবিলাক, এয়ে তোমালোকৰ দৃষ্টিত একো নহয় নে ?
যিহোৱাই আপোন প্ৰচণ্ড ক্ৰোধৰ দিনা যি দুঃখেৰে মোক দুঃখ দিলে,
মোলৈ কৰা মোৰ সেই দুঃখৰ নিচিনা আৰু দুঃখ হব পাৰে নে ? বিবেচনা কৰি চোৱা।
১৩ তেওঁ ওপৰৰ পৰা মোৰ হাড়বোৰৰ মাজলৈ অগ্নি পঠালে, আৰু সেয়ে সেইবোৰ খৰ-খৰিয়া কৰিলে ;
তেওঁ মোৰ ভৰিলৈ জাল পাতিলে, মোক পাছলৈ ঘুৰালে ;
তেওঁ মোক অনাথা আৰু ওৰেদিনটো শ্ৰান্তা কৰিলে।
১৪ মোৰ অপৰাধৰূপ যুঁৱলি তেওঁৰ হাতেৰে বন্ধা হল,
সেইবোৰ পকোৱা হল, মোৰ ডিঙিত উঠিল ;
তেওঁ মোৰ বল নাইকিয়া কৰিলে।
যিবোৰৰ বিৰুদ্ধে মই থিয় হব নোৱাৰোঁ, সিহঁতৰ হাতত যিহোৱাই মোক সমৰ্পণ কৰিলে।
১৫ মোৰ মাজত থকা মোৰ আটাই বীৰকে প্ৰভুৱে তুচ্ছ কৰিলে ;
তেওঁ মোৰ ডেকাবিলাকক গুড়ি কৰিবলৈ মোৰ অহিতে এখন সভা আহ্বান কৰিলে ;
প্ৰভুৱে কুমাৰী যিহুদা-জীয়াৰীক দ্ৰাক্ষাকুণ্ডত গচকাদি গচকিলে।
১৬ এইবোৰ কথাৰ কাৰণে মই কান্দিছোঁ, মোৰ চকু, মোৰ চকুৰেই পৰা পানী বৈ গৈছে ;
কিয়নো মোৰ প্ৰাণ জুৰাব পৰা সান্ত্বনাকাৰী মোৰ পৰা আঁতৰত আছে ;
শত্ৰু জয়ী হোৱাত মোৰ সন্তানবিলাক অনাথ হল।
১৭ চিয়োনে হাত মেলিছে, তেওঁক সান্ত্বনা কৰিবলৈ কোনো নাই ;
যাকোবৰ চাৰিওফালে থকাবিলাকক, তেওঁৰ শত্ৰু হবলৈ তেওঁৰ বিষয়ে যিহোৱাই আজ্ঞা দিছে ;
যিৰূচালেম সিহঁতৰ মাজত অশুচি বস্তু যেন হল।
১৮ যিহোৱা ধাৰ্ম্মিক ; কিয়নো মই তেওঁৰ আজ্ঞাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলোঁ।
হে জাতিবিলাক, মই তোমালোকক বিনয় কৰোঁ, শুনা, আৰু মোৰ দুঃখলৈ দৃষ্টি কৰা ;
মোৰ যুৱতী আৰু ডেকাবিলাক বন্দী-অৱস্থালৈ গল।
১৯ মই মোৰ প্ৰেমকাৰীবিলাকক মাতিলোঁ, কিন্তু সিবিলাকে মোক প্ৰবঞ্চনা কৰিলে ;
প্ৰাণ ৰক্ষা কৰিবৰ অৰ্থে আহাৰ বিচাৰোঁতে, মোৰ পুৰোহিত আৰু বৃদ্ধ লোকবিলাকে নগৰত প্ৰাণত্যাগ কৰিলে।
২০ হে যিহোৱা, দৃষ্টি কৰা ; কিয়নো মই সঙ্কটত পড়িলোঁ, মোৰ হৃদয় অত্যন্ত দুঃখিত হৈছে ;

মোর অন্তরত মোর হৃদয় বিকৃত হল, কারণ
মই অত্যন্ত বিদ্রোহ করিলোঁ;
বাহিরত তরোবালে নিঃসন্তান করিছে, ঘরত
যেন মৃত্যুহে উপস্থিত।
[২১] মই যে হুমুনিয়াহ পেলাওঁ, তাক শত্রুবোরে
শুনিলে; মোক সান্ত্বনা করিবলৈ কোনো
নাই;
মোর আটাই বৈরীয়ে মোর অমঙ্গলর কথা
শুনিলে; তুমি ইয়াক করাত সিহঁত
আনন্দিত হৈছে।
তুমি যি দিনর বিষয়ে ঘোষণা করিলা, তুমি
সেই দিন উপস্থিত করিবা; তাতে সিহঁত
মোর নিচিনা হব।
[২২] সিহঁতর সমস্ত দুষ্টতা তোমার আগত উপস্থিত
হওক;
মোর আটাই অপরাধর নিমিত্তে তুমি
মোলৈ করা নিচিনাকৈ সিহঁতলৈকো
করা;
কিয়নো মোর হুমুনিয়াহ অনেক, আরু মোর
অন্তর দুর্ব্বল।

যিরূচালেমক দিয়া দণ্ড। বিলাপ
আরু নিবেদন।

**২** প্রভুরে আপোন ক্রোধত মেঘেরে চিয়োন-
জীয়ারীক কেনেকৈ ঢাকিলে!
তেওঁ স্বর্গর পরা ইস্রায়েলর শোভাক পৃথিবীত
পেলাই দিলে,
আরু আপোন ক্রোধর দিনা আপোনার ভরি-
পিরালৈ সোঁবরণ নকরিলে।
[২] প্রভুরে দয়া নকরি যাকোবর আটাই বাসস্থান
গ্রাস করিলে;
তেওঁ আপোন ক্রোধত যিহূদা-জীয়ারীর দুর্গ-
বোর ভাঙ্গি পেলালে;
তেওঁ সেইবোরক মাটিরে সমান করিলে;
তেওঁ রাজ্য আরু তার অধ্যক্ষবিলাকক অপ-
বিত্র করিলে।
[৩] তেওঁ প্রচণ্ড ক্রোধত ইস্রায়েলর আটাই শিঙ
ছেদন করিলে;
তেওঁ শত্রুর সম্মুখর পরা আপোনার সোঁ হাত
কোঁচালে;
আরু চারিওফালে গ্রাস করোঁতা জ্বলন্ত অগ্নি-
শিখার নিচিনাকৈ তেওঁ যাকোবক দগ্ধ
করিলে।
[৪] শত্রুর নিচিনাকৈ তেওঁ আপোনার ধনু
ভিরালে, বৈরীর দরে সোঁ হাত দাঙি
থিয় হল,
আরু চকুর তৃপ্তিজনক সকলোকে বধ করিলে;
চিয়োন-জীয়ারীর তাম্বুর ওপরত তেওঁ আপো-
নার ক্রোধাগ্নি বরষালে।
[৫] প্রভুরে শত্রু যেন হৈ ইস্রায়েলক গ্রাস
করিলে;
তেওঁ ইস্রায়েলর আটাই অট্টালিকাবোর গ্রাস
করিলে, তার দুর্গবোর ধ্বংস করিলে,
আরু যিহূদা-জীয়ারীর শোক আরু বিলাপ
বঢ়ালে।
[৬] তেওঁ আপোন তাম্বু বারীর টঙি শুচুবাদি
গুচালে;
তেওঁ আপোনার সমাজ পতা ঠাই বিনষ্ট
করিলে;
যিহোবাই চিয়োনত পর্ব্ব আরু বিশ্রাম-দিন
পাহরালে,
আরু আপোনার প্রচণ্ড ক্রোধত রজা আরু
পুরোহিতক হেয়জ্ঞান করিলে।
[৭] প্রভুরে আপোনার যজ্ঞবেদি দূর করিলে,
আপোন পবিত্রস্থান ঘিণ করিলে;
তেওঁ তার অট্টালিকার গড়বোর শত্রুর হাতত
সমর্পণ করিলে;
সিহঁতে পর্ব্বদিনর নিচিনাকৈ যিহোবার গৃহত
কোলাহল করিলে।
[৮] যিহোবাই চিয়োন-জীয়ারীর গড় নষ্ট করিবলৈ
মনস্থ করিলে;
তেওঁ পরিমাণজরী পারিলে, তেওঁ বিনষ্ট করার
পরা আপোন হাত নোকোঁচালে;
তেওঁ গড় আরু পালি গড়ক বিলাপ করালে,
একেলগে দুয়োরো শ্রী নাইকিয়া হল।
[৯] চিয়োন-জীয়ারীর দুবারবোর মাটীত পোত গল,
তেওঁর ভাংবোর যিহোবাই নষ্ট করিলে
আরু ভাঙ্গিলে;
তেওঁর রজা আরু প্রধান লোকবিলাক ব্যবস্থা
নথকা জাতিবিলাকর মাজত আছে;
এনে কি, তেওঁর ভাববাদীবিলাকে যিহোবার
পরা কোনো দর্শন নেপায়।

১০ চিয়োন-জীয়াৰীৰ বৃদ্ধবিলাকে নিজম দি মাটিত বহি আছে ;
সিবিলাকে আপোন আপোন মূৰত ধূলি চটিয়াইছে, কঁকালত চট বান্ধিছে ;
যিৰূচালেমৰ কুমাৰীবিলাকে মাটিলৈ মূৰ দোঁৱাইছে ।

১১ চকু-লোৰে মোৰ চকু দুৰ্ব্বল হৈছে, মোৰ হৃদয় অত্যন্ত দুঃখিত হৈছে,
মোৰ জাতিস্বৰূপা জীয়াৰীৰ ধ্বংসৰ কাৰণে মোৰ কলিজাৰ পিত্তপানী মাটিত ঢলা হৈছে ;
কিয়নো নগৰৰ চকবোৰত শিশু আৰু পিয়াহ খোৱা কেঁচুৱাবিলাক মূৰ্চ্ছিত হৈছে ।

১২ আহাৰ আৰু দ্ৰাক্ষাৰস ক'ত ? এই বুলি সিবিলাকে আপোন আপোন মাকক কৈ,
নগৰৰ চকবোৰত খুন হোৱা মানুহৰ নিচিনাকৈ মূৰ্চ্ছিত হৈছে,
আৰু আপোন আপোন মাকৰ কোলাত প্ৰাণত্যাগ কৰিছে ।

১৩ হে যিৰূচালেম-জীয়াৰী, তোমাৰ আগত মই কি সাক্ষ্য দিম ? তোমাৰে সৈতে কিহৰ তুলনা দিম ?
হে কুমাৰী চিয়োন-জীয়াৰী, তোমাক সান্ত্বনা দিবৰ নিমিত্তে মই তোমাৰে সৈতে কাৰ উপমা দিম ?
কিয়নো তোমাৰ ভঙ্গ সাগৰৰ নিচিনা বৃহৎ ; কোনে তোমাক সুস্থ কৰিব পাৰে ?

১৪ তোমাৰ ভাববাদীবিলাকে তোমাৰ পক্ষে অসাৰতা আৰু মূৰ্খতাৰ দৰ্শন পালে,
আৰু তোমাৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিবলৈ তোমাৰ অপৰাধ প্ৰকাশ কৰা নাই ;
কিন্তু সিবিলাকে দৰ্শন পাই তোমাৰ পক্ষে অসাৰ্থক বাণী আৰু দেশান্তৰৰ কাৰণ প্ৰচাৰ কৰিলে ।

১৫ আটাই বাটৰুৱাই তোমাক দেখি হাত-তালি দিছে ;
পৰম সুন্দৰী আৰু গোটেই পৃথিবীৰ আনন্দদায়িনী বুলি মানুহে কোৱা নগৰী এইখন নে ?
এই বুলি কৈ যিৰূচালেম-জীয়াৰীক দেখি সিহঁতে ইচ ইচ কৰিছে, আৰু মূৰ জোকাৰিছে ।

১৬ তোমাৰ আটাই শত্ৰুৱে তোমাৰ অহিতে মুখ বহলকৈ মেলিলে ;
সিহঁতে চি চি কৰি আৰু দাঁত কৰচি কয়, "আমি তাইক গ্ৰাস কৰিলোঁ ;
আমি বাট চোৱা দিন, ঠিক এই দিন ; আমি পালোঁ, আমি দেখিলোঁ ।"

১৭ যিহোৱাই আপুনি কৰা সঙ্কল্প সিদ্ধ কৰিলে,
পূৰ্ব্বকালত আজ্ঞা কৰা তেওঁৰ বাক্য পূৰ্ণ কৰিলে ;
তেওঁ দয়া নকৰি ভাঙি পেলালে,
আৰু তোমাৰ ওপৰত শত্ৰুক আনন্দ কৰালে ;
তেওঁ তোমাৰ বৈৰীবোৰৰ শিঙটো উন্নত কৰিলে ।

১৮ লোকবিলাকে মনতে প্ৰভুৰ আগত কাতৰোক্তি কৰি কলে,
হে চিয়োন-জীয়াৰীৰ গড়, দিনে-ৰাতিয়ে চকু-লো নৈৰ নিচিনাকৈ বৈ থাকোক,
তুমি আপোনাকে অলপো বিশ্ৰাম নিদিবা, তোমাৰ চকুৰ মণিক শান্ত হবলৈ নিদিবা ।

১৯ উঠা, প্ৰত্যেক প্ৰহৰৰ আৰম্ভনতে ৰাতি চিঞৰি কান্দা ;
প্ৰভুৰ আগত আপোন হৃদয় পানীৰ দৰে ঢালা ;
তোমাৰ যি শিশুবিলাক প্ৰত্যেক আলিৰ মূৰত ভোকত মূৰ্চ্ছিত হৈছে,
সিবিলাকৰ প্ৰাণৰক্ষাৰ অৰ্থে তেওঁৰ ফাললৈ হাত তোলা ।

২০ হে যিহোৱা, বিবেচনা কৰি দেখা, তুমি কাৰলৈ এনে ব্যৱহাৰ কৰিছা ?
তিৰুতাবিলাকে হাতত নিচুকুৱা সন্তান আপোনাবিলাকৰ গৰ্ভফলক ভক্ষণ কৰিব নে ?
পুৰোহিত আৰু ভাববাদীক প্ৰভুৰ পবিত্ৰস্থানত বধ কৰা হব নে ?

২১ ডেকা আৰু বুঢ়া আলিত মাটিত পৰি আছে ;
মোৰ যুৱতী আৰু যুবাবিলাক তৰোৱালৰ দ্বাৰায় পতিত হৈছে ;

তুমি আপোন ক্রোধর দিনা সিবিলাকক বধ করিলা, তুমি দয়া নকরি হত্যা করিলা।

[২২] তুমি পর্ব্বদিনর নিচিনাকৈ চারিওফালর পরা মোলৈ নানা ত্রাস মাতিলা,

আরু যিহোবার ক্রোধর দিনা রক্ষা পোৱা কি বাকী থকা কোনো নাছিল;

ময় নিচুকাই ডাঙর-দীঘল করাবিলাকক মোর শত্রুৱে সংহার করিলে।

যিৰিমিয়ার দুঃখ আরু বিশ্বাস।

৩ তেওঁর ক্রোধর দণ্ডর দ্বারায় দুঃখ ভোগ করা পুরুষ ময়েই।

[২] তেওঁ মোক চলাই নিলে, পোহরত নহয়, অন্ধকারতহে মোক গমন করালে।

[৩] স্বরূপেই তেওঁ ওরেদিনটো বারে বারে মোর অহিতে আপোন হাত চলালে।

[৪] তেওঁ মোর মাংস আরু ছাল জীর্ণ করিলে; তেওঁ মোর হাড়বোর ভাঙ্গিলে।

[৫] তেওঁ মোর অহিতে চারিওফালে বিহ আরু শ্রান্তিরূপ গড় বান্ধিলে।

[৬] কেতিয়াবাই মরি যোৱা মানুহর নিচিনাকৈ তেওঁ মোক আন্ধার ঠাইত বাস করালে।

[৭] ময় ওলাই যাব নোৱরাকৈ তেওঁ মোর চারিওফালে বেরা দিলে; তেওঁ মোর শিকলি গধুর করিলে।

[৮] এনে কি, ময় সহায়র নিমিত্তে চিঁয়রি কাতরোক্তি করিলে, তেওঁ মোর প্রার্থনালৈ কাণত সোপা দিয়ে।

[৯] তেওঁ মোর পথবোর কটা-শিলেরে বন্ধ করিলে, মোর বাটবোর বেঁকাবেঁকি করিলে।

[১০] মোর পক্ষে তেওঁ খাপ দি থকা ভালুক, গুপুত ঠাইত থকা সিংহর নিচিনা।

[১১] তেওঁ মোর বাট আওবাট করিলে, মোক ছিরাছিরি করিলে, মোক অনাথ করিলে।

[১২] তেওঁ আপোনার ধনু ভিরাই মোক কাঁড়র নিমিত্তে লক্ষ করিলে।

[১৩] তেওঁ আপোনার তূণর বাণ মোর মর্ম্মস্থানত সুমুৱালে।

[১৪] ময় মোর আটাই লোকবিলাকর পরিহাসর, আরু গোটেই দিন সিবিলাকর গানর বিষয় হৈছোঁ।

[১৫] তেওঁ মোক তিতারে পূর করিলে, মোক অধিক্কৈ নাগদানা খুৱালে।

[১৬] খোৱা বস্তুত মিহলি হোৱা শিল গুটিরে তেওঁ মোর দাঁতো ভাঙ্গিলে; তেওঁ মোক ছাইরে ঢাকিলে।

[১৭] তুমি মোর প্রাণ শান্তির পরা বহুৎ আঁতর করিলা; ময় মঙ্গল পাহরিলোঁ।

[১৮] ময় কলোঁ, মোর শক্তি, আরু যিহোবাত মোর যি আশা সেয়ে লুপ্ত হল।

[১৯] মোর দুঃখ আরু তাড়না সোঁৱরা, নাগদানা আরু বিহ সোঁৱরণ করা।

[২০] মোর প্রাণর সোঁৱরণত সেইবোর এতিয়াও আছে, আরু মোর প্রাণ মোর অন্তরত নত হৈছে।

[২১] মোর মনত ইয়াক পুনরায় সোঁৱরণ করোঁ, এই হেতুকে মোর আশা আছে।

[২২] আমার যে সংহার নহল, এইটোৱেই যিহোবার নানা অনুগ্রহর কারণ, কিয়নো তেওঁর নানা দয়া নুটুকায়।

[২৩] সেইবোর প্রত্যেক প্রভাতে নতুন হয়; তোমার বিশ্বস্ততা মহৎ।

[২৪] মোর প্রাণে কয়, যিহোবায়েই মোর অংশ; এই হেতুকে ময় তেওঁত ভারসা করিম।

[২৫] যিহোবালৈ অপেক্ষা করোঁতাবিলাকলৈ, তেওঁক বিচারোঁতা প্রাণলৈ তেওঁ মঙ্গলময়।

[২৬] যিহোবার পরিত্রাণলৈ আশা করি মনে মনে বাট চাই থকা ভাল।

[২৭] যৌবন-কালত যুঁৱলি বোৱাই মানুহর পক্ষে মঙ্গলময়।

[২৮] তেওঁ তার ওপরত যুঁৱলি দিয়ার কারণে সি অকলেই বহি নিজম দি থাকোক।

[২৯] সি আপোনার মুখ ধূলিত রাখোক; কিজানি আশা হব পারে।

[৩০] সি আপোন প্রহারকলৈ গাল পাতি দিওক; সি নিন্দারে পরিপূর্ণ হওক।

[৩১] কিয়নো প্রভুয়ে চিরকাললৈকে ত্যাগ নকরিব।

[৩২] কারণ যদিও তেওঁ বেজার দিয়ে, তথাপি

আপোনার অধিক দয়া অনুসারে কৃপা করিব।

[৩৩] কিয়নো তেওঁ ইচ্ছারে দুঃখ নিদিয়ে, বা মানুহর সন্তানবিলাকক বেজার নিদিয়ে।

[৩৪] পৃথিবীর আটাই বন্দীয়ারক ভরির তলত গুড়ি করা,

[৩৫] সর্ব্বোপরিজনার আগত মানুহর স্বত্ব গুচুউবা,

[৩৬] আরু মানুহর গোচরত তাক অন্যায় করা, যিহোবাই ভাল নেদেখে।

[৩৭] প্রভুবে আজ্ঞা নকরাকৈ কার কোবা বাক্য সিদ্ধ হয়?

[৩৮] সর্ব্বোপরিজনার মুখর পরা জানো মঙ্গল আরু অমঙ্গল নোলায়?

[৩৯] জীবিত মানুহে কিয় আপত্তি করে? মানুহে আপোন পাপর দণ্ডর নিমিত্তে কেলেই আপত্তি করে?

[৪০] আহাঁ, আমি বিচারি আমার পথ পরীক্ষা করোঁহঁক, আরু পুনরায় যিহোবালৈ ঘুরোঁহঁক।

[৪১] স্বর্গনিবাসী ঈশ্বরলৈ আমার হাতে সৈতে আমার হৃদয়কো তোলোঁহঁক।

[৪২] আমি অপরাধ আরু বিদ্রোহ করিলোঁ; তুমিও ক্ষমা নকরিলা।

[৪৩] তুমি আপোনাকে ক্রোধেরে ঢাকি, আমাক পাছে পাছে খেদিলা; তুমি দয়া নকরি হত্যা করিলা।

[৪৪] আমার প্রার্থনাই ভেদ করিব নোবরাকৈ তুমি আপোনাকে মেঘেরে ঢাকিলা।

[৪৫] তুমি জাতিবিলাকর মাজত আমাক জাবর আরু পেলনীয়া বস্তু যেন করিলা।

[৪৬] আমার আটাই শত্রুবে আমার অহিতে মুখ বহলকৈ মেলিলে।

[৪৭] ত্রাস আরু গাঁতে, সংহার আরু বিনাশে আমাক আক্রমণ করিছে।

[৪৮] মোর জাতিস্বরূপা জীয়ারীর বিনাশর কারণে, মোর চকুর পরা জলর সোঁত বৈছে।

[৪৯] যিহোবাই স্বর্গর পরা তললৈ চাই দৃষ্টি নকরালৈকে,

[৫০] মোর চকুর পরা পানী খত্তি নোহোবাকৈ পড়ে, ক্ষান্ত নহয়।

[৫১] মোর নগরর আটাই জীয়ারীর কারণে মোর চকুরে মোর প্রাণক দুঃখ দিছে।

[৫২] বিনাকারণে হোবা মোর শত্রুবোরে পক্ষী চিকার করা নিচিনাকৈ, মোক বড়কৈ চিকার করিলে।

[৫৩] সিহঁতে অন্ধকূপত মোর প্রাণ সংহার করিলে, আরু মোর ওপরত এটা শিল পেলাই দিলে।

[৫৪] মোর মূরর ওপরেদি পানী বৈ গল; ময় কলোঁ, যে, ময় উচ্ছন্ন হলোঁ।

[৫৫] হে যিহোবা, ময় সকলোতকৈ দ অন্ধকূপর পরা তোমার নাম ললোঁ।

[৫৬] তুমি মোর ধ্বনি শুনিলা; বিশ্বাস পাবলৈ করা মোর কাতরোক্তিলৈ তুমি কাণত সোপা নিদিবা।

[৫৭] তোমার নাম লোবা দিনাখোন তুমি ওচর চাপি কলা, ভয় নকরিবা।

[৫৮] হে প্রভো, তুমি মোর প্রাণর অভিযোগ প্রতিবাদ করিলা; তুমি মোর জীবন মুক্ত করিলা।

[৫৯] হে যিহোবা, মোলৈ করা অন্যায় তুমি দেখিছা; মোর গোচর বিচার করা।

[৬০] সিহঁতে সধা আটাই প্রতিকার আরু মোর অহিতে করা সিহঁতর আটাই আলচ তুমি দেখিলা।

[৬১] হে যিহোবা, সিহঁতর ধিক্কার, আরু মোর অহিতে করা সিহঁতর আটাই আলচ তুমি শুনিলা;

[৬২] তুমি মোর অহিতে উঠাবোরর ওঁঠর বাক্য, আরু গোটেই দিন মোর বিরুদ্ধে করা সিহঁতর কল্পনা শুনিলা।

[৬৩] তুমি সিহঁতর বহা আরু উঠা দেখা; ময় সিহঁতর গানর বিষয়।

[৬৪] হে যিহোবা, সিহঁতর হাতর কার্য্য অনুসারে তুমি সিহঁতক প্রতিফল দিয়া।

[৬৫] তুমি সিহঁতক মনর জঠরতা প্রদান করা; তোমার শাও সিহঁতর ওপরত পড়োক।

[৬৬] তুমি ক্রোধত সিহঁতর পাছে পাছে খেদি যোবা, আরু যিহোবার আকাশ-মণ্ডলর তলর পরা সিহঁতক উচ্ছন্ন করা।

সকলো শ্ৰেণীৰ যিহুদীবিলাকৰ দুঃখ।

৪ সুবৰ্ণ কেনে মলিন হল! অতি শুদ্ধ সোণ কোন পৰিবৰ্ত্তন হল!
পবিত্ৰ পাথৰবোৰ প্ৰত্যেক আলিৰ মূৰত পেলোৱা হল।
[২] উত্তম সোণৰ তুল্য চিয়োনৰ বহুমূল্য পুত্ৰবিলাক
কুমাৰৰ হাতৰ কৰ্ম্ম মাটীৰ কলহ যেন কেনে গণ্য হল!
[৩] শিয়ালবোৰেও পিয়াহ দিয়ে, আপোন আপোন পোৱালিবোৰক পিয়ায়;
মোৰ জাতিস্বৰূপা জীয়াৰী হলে অৰণ্যত থকা উট পক্ষীৰ নিচিনা নিষ্ঠুৰা হল।
[৪] পিয়াহ খোৱা কেঁচুৱাৰ জিবা পিয়াহত তালুত লাগিল;
শিশুবিলাকে পিঠা খুজিছে, কোনেও সিবিলাকক বাঁটি নিদিয়ে।
[৫] সুখাদ্য খোৱাবিলাকে আলিত অনাথ হৈ পড়ি আছে;
ৰঙা বিচানাত শুই ডাঙৰ-দীঘল হোৱাবিলাকে গোবৰৰ দ'ম সাবটিছে।
[৬] কিয়নো যি চদোম হাত নিদিয়াকৈ মুহূৰ্ত্ততে বিনষ্ট হৈছিল,
সেই চদোমৰ পাপতকৈয়ো মোৰ জাতিস্বৰূপা জীয়াৰীৰ অপৰাধ অধিক।
[৭] তেওঁৰ প্ৰধান লোকবিলাক হিমতকৈয়ো নিৰ্ম্মল, এঁৱা গাখীৰতকৈয়ো বগা আছিল;
সিবিলাকৰ গা পদ্মৰাগ মণিতকৈয়ো ৰঙা আছিল, সিবিলাকৰ উজ্জ্বলতা নীলকান্ত মণিৰ সদৃশ আছিল।
[৮] এতিয়া সিবিলাকৰ মুখ আন্ধাৰতকৈ ক'লা হল, আলিত সিবিলাকক চিনা নেযায়;
সিবিলাকৰ ছাল হাড়ত লাগিল, শুকাই কাঠ যেন হল।
[৯] ভোকত মৰা লোকতকৈ তৰোৱালত হত হোৱা লোক ধন্য;
কিয়নো সিবিলাক পথাৰত উৎপন্ন হোৱা শস্যৰ অভাৱত ভোকৰূপ তৰোৱালেৰে খোঁচা যেন হৈ ক্ষীণাই গৈছিল।
[১০] স্নেহৱতী তিৰুতাবিলাকে নিজ হাতেৰে আপোন আপোন সন্তান সিজালে;
মোৰ জাতিস্বৰূপা জীয়াৰীৰ সংহাৰৰ কালত সিহঁত সিবিলাকৰ খোৱা বস্তু হৈছিল।
[১১] যিহোৱাই আপোনাৰ ক্ৰোধ সিদ্ধ কৰিলে, আপোনাৰ প্ৰচণ্ড ক্ৰোধ বৰষালে;
তেওঁ চিয়োনত জুই জ্বলালে, সেয়ে তাৰ ভিত্তিমূলবোৰ গ্ৰাস কৰিলে।
[১২] শত্ৰু আৰু বৈৰী যে যিৰূচালেমৰ দুৱাৰত সোমাব পাৰে,
ইয়াক পৃথিবীৰ ৰজাবিলাকে নাইবা আটাই জগত-নিবাসীয়ে বিশ্বাস নকৰিছিল।
[১৩] তাৰ যি ভাববাদীবোৰে আৰু তাৰ যি পুৰোহিতবোৰে তাৰ ভিতৰত ধাৰ্ম্মিকবিলাকৰ ৰক্তপাত কৰিছিল,
সেই ভাববাদীবোৰৰ পাপৰ, আৰু সেই পুৰোহিতবোৰৰ অপৰাধৰ কাৰণে এয়ে ঘটিল।
[১৪] সিহঁতে অন্ধবিলাকৰ নিচিনাকৈ আলিত ভ্ৰমণ কৰিছিল;
সিহঁত তেজেৰে এনেকৈ অশুচি হৈছিল, যে, লোকবিলাকে সিহঁতৰ কাপৰ চুব নোৱাৰিছিল।
[১৫] লোকবিলাকে সিহঁতক ৰিঙিয়াই কৈছিল, গুচ, হে অশুচি, গুচ, গুচ, নুচুবি।
সিহঁতে পলাই ভ্ৰমণ কৰোঁতে, লোকবিলাকে জাতিবিলাকৰ মাজত কৈছিল, সিহঁত এই ঠাইত আৰু নেথাকিব।
[১৬] যিহোৱাৰ ক্ৰোধে সিহঁতক ছিন্নভিন্ন কৰিলে, তেওঁ সিহঁতলৈ আৰু দৃষ্টি নকৰিব;
লোকে সেই পুৰোহিতবোৰক মান নকৰিলে, সেই বৃদ্ধবোৰক দয়া নকৰিলে।
[১৭] আমি সহায়ৰ নিমিত্তে বৃথায় আশা কৰোঁতে আমাৰ চকু দুৰ্ব্বল হৈ গৈছিল;
ৰক্ষা কৰিব নোৱাৰা এক জাতিৰ নিমিত্তে আমি আমাৰ প্ৰহৰী-ঘৰত চাই আছিলোঁ।
[১৮] শত্ৰুবোৰে আমাৰ খোজলৈ এনেকৈ খাপ দি আছিল, যে, আমাৰ চকবোৰত আমি ফুৰিব নোৱাৰিলোঁ।

আমার অন্তিম ওচর, আমার দিন ওর পরিল;
কিয়নো আমার অন্তিম উপস্থিত।
১৯ আমার পাছে পাছে খেদি অহাবোর আকাশর কুরর পক্ষীতকৈয়ো বেগী আছিল;
সিহঁতে পর্ব্বতত আমাক ধরোঁধরোঁকৈ খেদিলে, সিহঁতে অরণ্যত আমার নিমিত্তে খাপ দিলে।
২০ যি জনর বিষয়ে আমি কৈছিলোঁ, যে, জাতিবিলাকর মাজত তেওঁর ছাঁত আমি জীয়াই থাকিম,
আমার নাকর নিশ্বাসস্বরূপ যিহোবার সেই অভিষিক্ত জনক সিহঁতর গাঁতত ধরা হল।
২১ হে উচদেশ-নিবাসিনী ইদোম-জীয়ারী উল্লাস করা, আরু আনন্দিত হোবা;
পান-পাত্রটী পার হৈ তোমার ওচরলৈকো যাব; তাতে তুমি মত্তলীয়া হৈ আপোনাকে বিবস্ত্রা করিবা।
২২ হে চিয়োন-জীয়ারী, তোমার অপরাধর দণ্ড সম্পূর্ণ হল;
তেওঁ তোমাক বন্দী-অবস্থালৈ আরু নিনিব।
হে ইদোম-জীয়ারী, তেওঁ তোমার অপরাধর প্রতিফল দিব;
তেওঁ তোমার পাপ প্রকাশ করিব।

চিয়োনে ভোগ করা নানা অপমান,
আরু তেওঁর প্রার্থনা।

৫ হে যিহোবা, আমালৈ যি ঘটিল, তাক সোঁবরণ করা,
দৃষ্টি করা, আরু আমার অপমান চোবা।
২ আমার আধিপত্য বিদেশীবিলাকর হাতলৈ গল;
আমার ঘরবোর বিজাতীয়বিলাকর অধিকারলৈ গল।
৩ আমি অনাথ আরু পিতৃহীন হলোঁ;
আমার মাতৃবিলাক বিধবা যেন হল।
৪ আমার পানী আমি ধন দি পান করোঁ;
আমার খরি আমি দাম দি কিনোঁ।
৫ আমার তাড়নাকারীবোরে আমার ডিঙিত ধুঁবলি লগাইছে;
আমি শ্রান্ত হলোঁ, অলপো বিশ্রাম নেপাওঁ।
৬ আমি আহারেরে তৃপ্ত হবর নিমিত্তে মিচরীয়াইঁতর ফাললৈ হাত মেলিলোঁ,
আরু অচূরীয়াইঁতর ফাললৈ হাতযোড় করিলোঁ।
৭ আমার পূর্ব্বপুরুষবিলাকে পাপ করিলে, আরু সিবিলাক এতিয়া নাই;
আমি সিবিলাকর অপরাধর ভার বৈছোঁ।
৮ আমার ওপরত বন্দীবোরে শাসন করে;
সিহঁতর হাতর পরা আমাক উদ্ধার করোঁতা কোনোবেই নাই।
৯ অরণ্যর তরোবালর কারণে,
আমার প্রাণর সংশয়েরেহে আমি আমার আহার আনো।
১০ দুর্ভিক্ষর জ্বলন্ত তাপর কারণে;
আমার ছাল তুন্দুরর নিচিনাকৈ জ্বলে।
১১ শত্রুবোরে চিয়োনত তিরুতাবিলাকক বলাৎকার করিলে;
সিহঁতে যিহুদার নগরবোরত কুমারীবিলাকক ভ্রষ্টা করিলে।
১২ প্রধান লোকবিলাকক হাতত ডোল লগাই অরা হল,
বৃদ্ধবিলাকর মুখ আদর করা নহল।
১৩ ডেকাবিলাকে জাত-শিল বলে,
আরু লরাবিলাকে খরির ভরত উজুটি খালে।
১৪ বৃদ্ধবিলাকে বড় দুবার ত্যাগ করিলে;
ডেকাবিলাকে গানবাদ্য এরিলে।
১৫ আমার মনর উল্লাস গল;
আমার নাচবাগ গুচি শোক হল।
১৬ আমার মূরর পরা মুকুটটী খহি পরিল;
আমার সন্তাপ হল, কিয়নো আমি পাপ করিলোঁ।
১৭ এই কারণে আমার অন্তর পীড়িত হল;
এইবোরর নিমিত্তে আমার চকু দুর্ব্বল হল।
১৮ কিয়নো চিয়োন পর্ব্বতক ধ্বংস করা হল,
তার ওপরত শিয়ালবোর ফুরে।
১৯ হে যিহোবা, তুমি চিরকাললৈকে থাকিছা;
তোমার সিংহাসন পুরুষানুক্রমে আছে।
২০ তুমি চিরকাললৈকে আমাক কিয় পাহরিবা?
আরু ইমান কাল আমাক কিয় ত্যাগ করিবা?
২১ যদি তুমি আমাক সম্পূর্ণকৈ ত্যাগ করা নাই,
আরু আমার অহিতে অতিশয় ক্রুদ্ধ হোবা নাই,

[২২] তেন্তে হে যিহোৱা, তোমালৈ আমাক ঘূৰুউৱা, তেহে আমি ঘূৰিম; আগৰ কালৰ নিচিনা আমাৰ দিন পুনৰায় কৰা।

# যিহিস্কেল ভাববাদীৰ পুস্তক।

যিহিস্কেলক কাৰ্য্যত নিযুক্ত কৰাৰ দৰ্শন।

**১** ত্ৰিশ বছৰৰ বছৰিৰ চতুৰ্থ মাহৰ পঞ্চম দিনা, ময় কবাৰ নদীৰ পাৰত দেশান্তৰিত লোকবিলাকৰ মাজত থাকোঁতে, স্বৰ্গ মেলা হল, আৰু ময় ঈশ্বৰীয় দৰ্শন পালোঁ। [২] যিহোয়াখীন ৰজা দেশান্তৰিত হোৱাৰ পঞ্চম বছৰৰ সেই মাহৰ পঞ্চম দিনা, [৩] কল্দীয়াবিলাকৰ দেশত, কবাৰ নদীৰ পাৰত, বূজীৰ পুত্ৰ যিহিস্কেল পুৰোহিতৰ ওচৰলৈ যিহোৱাৰ বাক্য স্পষ্টকৈ আহিল, আৰু সেই ঠাইত যিহোৱাৰ হাত তেওঁৰ ওপৰত অৰ্পিত হল। [৪] আৰু ময় চাই দেখিলোঁ, উত্তৰ দিশৰ পৰা ধুমুহা বতাহ আহিছে, চিক্‌মিকোৱা অগ্নি আৰু চাৰিওফালে থকা দীপ্তিৰে সৈতে এখন ডাঙৰ মেঘ আহিছে; আৰু তাৰ মাজত, সেই জুইৰ মাজত উজ্জ্বল ধাতু যেন দেখা গল। [৫] আৰু তাৰ মাজত চাৰি জন জীয়া প্ৰাণীৰ নিচিনা কোনো এক পদাৰ্থ দেখা গল। সিবিলাকৰ আকৃতি এনেকুৱা; সিবিলাকৰ ৰূপ মানুহৰ নিচিনা। [৬] প্ৰতিজনৰ চাৰিখন চাৰিখন মুখ, আৰু চাৰিখন চাৰিখন ডেউকা আছিল; [৭] সিবিলাকৰ ভৰি পোন, সিবিলাকৰ ভৰিৰ তলুৱা দামুৰিৰ খুৰাৰ তলুৱাৰ নিচিনা; সেইবোৰে চকা-পিত্তলৰ নিচিনা চক্‌মক কৰিছিল; [৮] সিবিলাকৰ চাৰিওকোষে ডেউকাৰ তলত মানুহৰ হাতৰ নিচিনা হাত আছিল। সিবিলাক চাৰিওজনৰ মুখ আৰু ডেউকা এই ৰূপ আছিল, [৯] সিবিলাকৰ ডেউকা পৰস্পৰে লগালগি, যোৱা সময়ত সিবিলাক কোনো ফালে নুঘূৰে, সিবিলাক প্ৰতিজনে পোনে পোনে যায়। [১০] সিবিলাকৰ মুখৰ আকৃতিৰ বিষয়ে হলে, সিবিলাকৰ মুখ মানুহৰ নিচিনা, আৰু সোঁফালে সিবিলাক চাৰিওজনৰে সিংহৰ মুখ, আৰু বাঁওফালে চাৰিওজনৰে গৰুৰ মুখ, আকৌ চাৰিওজনৰে কুৰৰ পক্ষীৰ মুখ আছিল। [১১] সিবিলাকৰ মুখ আৰু ডেউকা ওপৰফালে বেলেগ বেলেগ; প্ৰতিজনৰ দুখন দুখন ডেউকা পৰস্পৰে লগালগি, আৰু দুখন দুখন ডেউকাই সিবিলাকৰ গা ঢাকে। [১২] সিবিলাক প্ৰতিজনে পোনে পোনে যায়; যি ফালে আত্মা যাব খোজে, সিবিলাক সেই ফালেই যায়; যোৱা সময়ত সিবিলাক নুঘূৰে। [১৩] সেই জীবিত প্ৰাণী কেইজনৰ ৰূপৰ বিষয়ে হলে, সিবিলাকৰ আভা জ্বলি থকা জুইৰ আঙঠা আৰু আৰিয়াবোৰৰ নিচিনা; সেই জুই প্ৰাণী কেইজনৰ মাজত ওপৰলৈ তললৈ অহাযোৱা কৰে; সেই জুই উজ্জ্বল, আৰু সেই জুইৰ পৰা বিজুলী ওলায়। [১৪] সেই জীবিত প্ৰাণী কেইজনৰ গমনাগমন বিজুলীৰ চমকৰ নিচিনা দেখা যায়। [১৫] ময় জীবিত প্ৰাণী কেইজনলৈ চাই সিবিলাকৰ চাৰিখন মুখৰ প্ৰতিখনৰ নিমিত্তে সিবিলাকৰ কোষত মাটিত এটা এটা চক্ৰ দেখিলোঁ। [১৬] সেই চক্ৰ কেইটাৰ আভা বৈদূৰ্য্য মণিৰ নিচিনা, আৰু সেইবোৰ বৈদূৰ্য্য মণিৰে কৰা যেন দেখা যায়; সেই চাৰিওটা একে ৰকমৰ; সেইবোৰৰ আভা, আৰু সেইবোৰৰ গঠন দেখিলে, চক্ৰৰ মাজত

চক্র থকা যেন দেখা যায়। [17] যোৱা সময়ত সেইবোর চারি কোষে যায়; যোৱা সময়ত সেইবোর কোনো ফালে নুঘুরে। [18] সেইবোরর পুঠির বিষয়ে হলে, সেইবোর ওখ আরু ভয়ঙ্কর; আরু সেইবোরর পুঠিবোর চারিওফালে চকুরে ভরা। [19] আরু প্রাণী কেইজন যোৱা সময়ত, চক্র কেইটা সিবিলাকর কোষে কোষে চলে; আরু যেতিয়া প্রাণী কেইজন মাটির পরা দাং খায়, তেতিয়া চক্র কেইটাও দাং খায়। [20] যলৈকে আত্মা যাব খোজে, তলৈকে সিবিলাকো যায়; কোনো ঠাইলৈ আত্মা যাব খুজিলেই চক্র কেইটা সিবিলাকর কোষত দাং খায়; কিয়নো প্রাণী কেইজনর আত্মা চক্র কেইটাত আছিল। [21] সিবিলাক গলে, সেইবোরো যায়; সিবিলাক রলে, সেইবোরো রয়; আরু সিবিলাক মাটির পরা দাং খালে, চক্র কেইটাও সিবিলাকর কোষত দাং খায়; কিয়নো প্রাণী কেইজনর আত্মা চক্র কেইটাত আছিল। [22] আরু প্রাণী কেইজনর মূরর ওপরত, ভয়ানক স্ফটিকর বরণর, সিবিলাকর মূরর ওপরত ওখত ভরা এখন চন্দ্রতাপর নিচিনা এক বস্তু আছিল। [23] চন্দ্রতাপখনর তলত সিবিলাকর ডেউকা পরস্পরর ফালে পোন, আরু গা ঢাকিবর নিমিত্তে প্রত্তিজনর এফালে দুখন আনফালে দুখন ডেউকা আছিল। [24] সিবিলাক যোৱা সময়ত, মহাজলসমূহর শবদর নিচিনা, সর্ব্বশক্তিমান জনার ধ্বনিরেই নিচিনা ময় সিবিলাকর ডেউকার শবদ শুনিলোঁ, সৈন্যসামন্তর ধ্বনির নিচিনা কোলাহলর শবদ শুনিলোঁ; সিবিলাক রোৱা সময়ত, সিবিলাকে আপোন আপোন ডেউকা চপায়। [25] সিবিলাকর মূরর ওপরত থকা চন্দ্রতাপখনর ওপরর পরা এক ধ্বনি শুনা যায়; সিবিলাক রোৱা সময়ত, সিবিলাকে আপোন আপোন ডেউকা চপায়। [26] সিবিলাকর মূরর ওপরর চন্দ্রতাপখনর ওপরত নীলকান্ত মণির আকৃতিরে এখন সিংহাসন যেন এক বস্তু আছিল; সেই সিংহাসন যেন বস্তুটোর ওপরত ওখত, এজনা মানুহর আকৃতি যেন এক মূর্ত্তি তার ওপরত আছিল। [27] আরু তেওঁর কঁকাল যেন বস্তুটোর পরা ওপরলৈ, ময় ভিতরে চারিওফালে উজ্জ্বল ধাতুর নিচিনা জুইর আকৃতি যেন দেখিলোঁ; আরু তেওঁর কঁকাল যেন বস্তুটোর পরা তললৈ জুইর আকৃতি যেন দেখিলোঁ, আরু তেওঁর চারিওফালে দীপ্তি আছিল। [28] বৃষ্টির দিনা মেঘত থকা ধনুখনর আকৃতি যেনে, তেওঁর চারিওফালর দীপ্তির আকৃতি তেনে। যিহোৱার গৌরব যেন পদার্থটো এই রূপ দেখা গল। তাক দেখামাত্রে ময় উবুরি হৈ পড়িলোঁ, আরু বাক্য কওঁতা এজনার মাত মোর কাণত পড়িল।

২ তেওঁ মোক কলে, হে মনুষ্য-সন্তান, ভরিত ভর দি থিয় হোৱা, ময় তোমারে সৈতে কথা হওঁ। [2] তেওঁ মোক কথা কওঁতেই আত্মাই মোর অন্তরত সোমাই মোক থিয় করিলে, আরু মোক কোৱা জনার বাক্য ময় শুনিলোঁ। [3] তেওঁ মোক কলে, হে মনুষ্য-সন্তান, আঁহা, ময় তোমাক ইস্রায়েলর সন্তানবিলাকর গুরিলৈ, মোর অহিতে বিদ্রোহ করা বিদ্রোহী জাতিবিলাকর গুরিলৈ পঠাওঁ; সিবিলাকে আরু সিবিলাকর পূর্ব্বপুরুষবিলাকে আজিলৈকে মোর অহিতে অপরাধ করি আছিছে। [4] সেই সন্তানবিলাক নিলাজ আরু অবাধ্য; ময় সিবিলাকর ওচরলৈ তোমাক পঠাওঁ; তুমি সিবিলাকক কবা, প্রভু যিহোৱাই এই কথা কৈছে। [5] সিবিলাকে শুনোক বা নুশুনোক, (কিয়নো সিবিলাক বিদ্রোহী বংশ,) সিবিলাকর মাজত যে এজন ভাববাদী উপস্থিত হল, তাক সিবিলাকে জানিব। [6] যদিও কাঁইটীয়া বন আরু কাঁইট গছর হাবি তোমার লগত আছে, আরু যদিও কেঁকোরাবিছাবোরর মাজত তুমি বাস করিছা, তথাপি হে মনুষ্য-সন্তান, তুমি সিবিলাকলৈ ভয় নকরিবা, বা সিবিলাকর কথালৈকো ভয় নকরিবা; যদিও সিবিলাক বিদ্রোহী বংশ, তথাপি সিবিলাকর কথালৈ ভয় নকরিবা, বা সিবিলাকর মুখ দেখি ব্যাকুল নহবা। [7] সিবিলাকে শুনোক বা নুশুনোক, তুমি মোর বাক্য সিবিলাকক কবা; কিয়নো সিবিলাক অত্যন্ত বিদ্রোহী। [8] কিন্তু হে মনুষ্য-সন্তান, তুমি হলে, ময় কোৱা কথা শুনা, সেই বিদ্রোহী বংশর নিচিনা তুমিও বিদ্রোহী নহবা; মুখ মেলা, ময় তোমাক যি দিওঁ, তাক খোৱা। [9] তেতিয়া ময় চাই দেখিলোঁ, এখন হাত মোলৈ মেলা হৈছে; আরু দেখা,

সেই হাতত এখন মুরিওৱা পুথী আছে। [10] তেওঁ মোৰ আগত তাক মেলিলে; সেই পুথীখন ইলুটিয়ে সিলুটিয়ে দুই লুটিয়ে লিখা আছিল, আৰু তাত বিলাপ, শোক, আৰু সন্তাপৰ কথা লিখা আছিল।

৩ [1] পাছে তেওঁ মোক কলে, হে মনুষ্য-সন্তান, তোমাৰ আগত যি আছে, তাক খোৱা; এই মুৰিওৱা পুথীখন খাই পেলাই, গৈ ইস্রায়েলৰ বংশক কথা কোৱা। [2] তাতে মই মুখ মেলিলত, তেওঁ মোক সেই পুথীখন খুৱাই দিলে। [3] তেওঁ মোক কলে, হে মনুষ্য-সন্তান, মই তোমাক দিয়া মুৰিওৱা পুথীখন পেটলৈ নি, তাৰে তোমাৰ উদৰ পূৰ কৰা। তাতে মই তাক খালত, সেয়ে মোৰ মুখত মৌৰ নিচিনা মিঠা লাগিল।

[4] পাছে তেওঁ মোক কলে, হে মনুষ্য-সন্তান ইস্রায়েল-বংশৰ ওচৰলৈ গৈ সিবিলাকক মোৰ বাক্য কোৱা। [5] কিয়নো অস্পষ্ট কথা আৰু কঠিন ভাষা কোৱা জাতিৰ ওচৰলৈ তোমাক নপঠাই ইস্রায়েল-বংশৰ ওচৰলৈ পঠোৱা হৈছে। [6] যি জাতিবিলাকৰ বাক্য তুমি বুজিব নোৱাৰা, অস্পষ্ট কথা আৰু কঠিন ভাষা কোৱা এনে অনেক জাতিৰ ওচৰলৈ তোমাক পঠোৱা নাই। মই যদি তোমাক সিহঁতৰ ওচৰলৈ পঠালোঁহেঁতেন, তেন্তে নিশ্চয়ে সিহঁতে তোমাৰ কথা শুনিলেহেঁতেন। [7] কিন্তু ইস্রায়েল-বংশই তোমাৰ কথা শুনিবলৈ সম্মত নহব; কিয়নো সিবিলাকে মোৰ কথা শুনিবলৈ সম্মত নহয়। কাৰণ ইস্রায়েলৰ গোটেই বংশ টানকঁপলীয়া আৰু কঠিন-চিত্তীয়া। [8] দেখা, মই সিবিলাকৰ মুখৰ আগত তোমাৰ মুখ কঠিন, আৰু সিবিলাকৰ কঁপালৰ আগত তোমাৰ কঁপাল টান কৰিলোঁ। [9] মই তোমাৰ কঁপাল চকমকি পাথৰতকৈ কঠিন হীৰা যেন কৰিলোঁ; সিবিলাক বিদ্রোহী বংশ হলেও, সিবিলাকলৈ ভয় নকৰিবা, বা সিবিলাকৰ মুখ দেখি ব্যাকুল নহবা। [10] তেওঁ মোক আৰু কলে, হে মনুষ্য-সন্তান, মই তোমাৰ আগত যি যি কথা কওঁ, সেই আটাই কথা অন্তৰত গ্ৰহণ কৰা, আৰু কাণত ঠাই দিয়া। [11] আৰু তোমাৰ দেশান্তৰিত স্বজাতীয় সন্তানবিলাকৰ গুৰিলৈ গৈ সিবিলাকক কথা কোৱা; সিবিলাকে শুনোক বা নুশুনোক, প্ৰভু যিহোৱাই এই কথা কৈছে, এই বুলি সিবিলাকক কোৱা।

[12] তেতিয়া আত্মাই মোক দাঙি ললত, "আপোন ঠাইৰ পৰা ওলাই যোৱা যিহোৱাৰ গৌৰব ধন্য," এই বাক্য, অতি বেগেৰে যোৱা শবদেৰে মোৰ পাছৰ পৰা শুনিলোঁ; [13] আৰু প্ৰাণী কেইজনৰ ডেউকা পৰস্পৰে লগালগি হোৱাত, সেইবোৰৰ শবদ, আৰু সিবিলাকৰ কোষত থকা চক্ৰ কেইটাৰ শবদ, এনে কি অতি বেগেৰে যোৱাৰ মহাশবদ শুনিলোঁ। [14] এই ৰূপে আত্মাই মোক দাঙি লৈ গল; আৰু মই বেজাৰত আৰু মোৰ অন্তৰৰ তাপত গলোঁ, আৰু যিহোৱাৰ হাত মোৰ ওপৰত প্ৰবল আছিল। [15] পাছে কবাৰ নদীৰ পাৰত থকা তেল-আবীব-নিবাসী দেশান্তৰিত লোকবিলাকৰ গুৰিত মই উপস্থিত হলোঁ, আৰু সিবিলাক বহি থকা ঠাইলৈ গৈ, মই আশ্চৰিত হৈ সিবিলাকৰ মাজত সাত দিন বহি থাকিলোঁ।

[16] সাত দিনৰ মূৰত যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [17] হে মনুষ্য-সন্তান, মই তোমাক ইস্রায়েল-বংশৰ নিমিত্তে প্ৰহৰী নিযুক্ত কৰিলোঁ; এই কাৰণে মোৰ মুখৰ পৰা বাক্য শুনি মোৰ নামেৰে সিবিলাকক সতৰ্ক কৰা। [18] তুমি নিশ্চয়ে মৰিবা, এই বুলি মই দুষ্টক কোৱা সময়ত তুমি তাক সতৰ্ক নকৰিলে, বা তাৰ প্ৰাণ নিস্তাৰ কৰিবৰ নিমিত্তে তাৰ মন্দ পথৰ পৰা তাক সাৱধান হবলৈ নকলে, সেই দুষ্ট লোক আপোন অপৰাধত মৰিব; কিন্তু মই তোমাৰ হাতৰ পৰা তাৰ ৰক্তৰ প্ৰতিশোধ লম। [19] কিন্তু তুমি তাক সতৰ্ক কৰাতো সি আপোন দুষ্টতাৰ পৰা বা আপোন কুপথৰ পৰা নুঘূৰিলে, সি আপোন অপৰাধত মৰিব; কিন্তু তুমি হলে, আপোন প্ৰাণ ৰক্ষা কৰিবা। [20] আকৌ ধাৰ্ম্মিক লোকে আপোন ধাৰ্ম্মিকতাৰ পৰা ঘূৰি অপৰাধ কৰিলে, আৰু মই তাৰ আগত উজুটি খোৱা মূঢ়া ৰাখিলে, সি মৰিব; তুমি তাক সতৰ্ক নকৰিলে সি নিজ পাপত মৰিব, আৰু সি কৰা ধৰ্ম্মকৰ্ম্মবোৰ সোঁৱৰণ কৰা নেযাব; কিন্তু তাৰ ৰক্তৰ প্ৰতিশোধ মই তোমাৰ হাতৰ পৰা লম। [21] আৰু ধাৰ্ম্মিক লোকে পাপ নকৰিবৰ নিমিত্তে তুমি যদি তাক সতৰ্ক কৰা,

আৰু সি পাপ নকৰে, তেন্তে সি সতৰ্ক হোৱাৰ কাৰণে অৱশ্যে জীয়াই থাকিব; আৰু তুমিও আপোন প্ৰাণ ৰক্ষা কৰিবা।

ভাববাদীৰ মুখ বন্ধ হোৱা।

২২ আৰু সেই ঠাইতে যিহোৱাৰ হাত মোৰ ওপৰত অৰ্পিত হল, আৰু তেওঁ মোক কলে, উঠা, উপত্যকালৈ ওলাই যোৱা, ময় সেই ঠাইত তোমাৰ লগত কথা হম। ২৩ তাতে ময় উঠি উপত্যকালৈ ওলাই গলোঁ, আৰু দেখিলোঁ, কবাৰ নদীৰ ওচৰত ময় দেখা গৌৰৱৰ নিচিনা যিহোৱাৰ গৌৰৱ তাত ৰৈ আছে; তাতে ময় উবুড়ি হৈ পড়িলোঁ। ২৪ পাছে আত্মাই মোৰ অন্তৰত সোমাই মোক থিয় কৰিলে, আৰু তেওঁ মোৰ লগত কথা হৈ মোক কলে, তুমি গৈ আপোন ঘৰ বন্ধ কৰি ভিতৰত থাকা। ২৫ হে মনুষ্য-সন্তান, দেখা, মানুহবিলাকে তোমাক লেজু লগাই তাৰে তোমাক বান্ধিব, তাতে তুমি বাহিৰ হৈ সিবিলাকৰ মাজলৈ যাব নোৱাৰিবা; ২৬ আৰু ময় তোমাৰ জিবা তালুত লগাম, তাতে তুমি বোবা হবা, আৰু সিবিলাকৰ আগত অনুযোগ কৰোঁতা নহবা; কিয়নো সিবিলাক বিদ্ৰোহী বংশ। ২৭ কিন্তু ময় তোমাৰ লগত কথা হোৱা সময়ত তোমাৰ মুখ মেলিম; তাতে প্ৰভু যিহোৱাই এই কথা কৈছে বুলি তুমি সিবিলাকক কবা। যি জনে শুনে, সি শুনোক, আৰু যি জনে নুশুনে, সি নুশুনোক; কিয়নো সিবিলাক বিদ্ৰোহী বংশ।

যিৰূচালেমক অৱৰোধ কৰাৰ বিষয়ে দেখুউৱা কেইটামান চিন।

**৪** হে মনুষ্য-সন্তান, তুমি এটা ইটা লৈ, তাক আপোনাৰ আগত ৰাখি তাৰ ওপৰত এখন নগৰৰ অৰ্থাৎ যিৰূচালেমৰ নকচা আঁকা; ২ আৰু তাক অৱৰোধ কৰা, তাৰ অহিতে কোঁঠ সাজা, তাৰ অহিতে হাদাম বান্ধা, তাৰ অহিতে চাৰিওকালে ছাউনিও পাতা, আৰু তাৰ অহিতে চাৰিওকালে গড় ভঙা যন্ত্ৰ স্থাপন কৰা। ৩ আৰু তুমি এখন লোহাৰ তাওৱা লৈ তোমাৰ আৰু নগৰৰ মাজত লোহাৰ গড়স্বৰূপে তাক স্থাপন কৰা, আৰু তাৰ ফালে কঠিন দৃষ্টি কৰা; তাতে সেয়ে অৱৰোধৰ অৱস্থাত পড়িব, আৰু তুমি তাক অৱৰোধ কৰিবা। ইস্ৰায়েল-বংশৰ নিমিত্তে এয়ে চিন হব।

৪ তাৰ বাহিৰে তুমি বাঁওকোষে শুই তাৰ ওপৰত ইস্ৰায়েল-বংশৰ অপৰাধৰ ভাৰ ৰাখা; তুমি সেই কোষে শোৱা দিনৰ সংখ্যা অনুসাৰে তুমি সিবিলাকৰ অপৰাধ ববা। ৫ কিয়নো ময় সিবিলাকৰ অপৰাধৰ বছৰৰ সংখ্যা তোমাৰ নিমিত্তে কেতবোৰ দিনৰ সংখ্যা কৰিলোঁ, অৰ্থাৎ তিনি শ নব্বই দিন কৰিলোঁ; এই ৰূপে তুমি ইস্ৰায়েল-বংশৰ অপৰাধ ববা। ৬ আৰু তুমি এইবোৰ সম্পূৰ্ণ কৰি আকৌ সোঁকোষে শুবা, আৰু চল্লিশ দিনলৈকে যিহুদা-বংশৰ অপৰাধ ববা; ময় এক এক বছৰ তোমাৰ নিমিত্তে এক এক দিন কৰিলোঁ। ৭ তুমি বাহু উদং কৰি যিৰূচালেমৰ অৱৰোধলৈ স্থিৰ দৃষ্টি কৰি তাৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰিবা। ৮ দেখা, ময় ৰচিৰে তোমাক বান্ধিম; তাতে তোমাৰ অৱৰোধৰ দিন তুমি সম্পূৰ্ণ নকৰালৈকে এক কোষৰ পৰা আন কোষলৈ বাগৰিব নোৱাৰিবা। ৯ আৰু তুমি আপোনাৰ নিমিত্তে ঘেঁহু, যৱ, মাহ, মচুৰ, বজৰা, আৰু জনৰা লৈ এটা পাত্ৰত ৰাখি তাৰে পিঠা বনোৱা; তুমি কাতি হৈ শুই থকা দিনৰ সংখ্যা অনুসাৰে তিনি শ নব্বই দিন তাক ভোজন কৰিবা। ১০ তোমাৰ খোৱা আহাৰ জোখ কৰি দিনে দিনে বিশ চেকল খাবা; তুমি বিশেষ বিশেষ সময়ত তাক খাবা। ১১ আৰু তুমি পানীও জোখ কৰি হীনৰ ছয় ভাগৰ এভাগ পান কৰিবা; তুমি বিশেষ বিশেষ সময়ত তাক পান কৰিবা। ১২ আৰু তুমি যৱৰ পিঠাৰ নিচিনাকৈ তাক তৈয়াৰ কৰি ভোজন কৰিবা; আৰু সিবিলাকৰ চকুৰ আগতে, মানুহৰ পৰা বাহিৰ হোৱা বিষ্ঠাৰে তাক তাও দিবা। ১৩ যিহোৱাই আৰু কলে, যি জাতিবিলাকৰ মাজলৈ ময় ইস্ৰায়েলৰ সন্তানবিলাকক খেদিম, সেই জাতিবিলাকৰ মাজত সিবিলাকে আপোন আপোন আহাৰ এই ৰূপে অশুচিকৈ খাব। ১৪ তেতিয়া ময় কলোঁ, হায় হায় প্ৰভু যিহোৱা, দেখা, মোৰ প্ৰাণ অশুচি কৰা নাই; কিয়নো ময় লৰা কালৰে পৰা আজিলৈকে, আপোনা-আপুনি মৰা বা জন্তুৱে ছিৰা

একোকে খোৱা নাই, নাইবা ঘিণলগীয়া মাংস মোর মুখত কেতিয়াও সোমোৱা নাই। [15] তেতিয়া তেওঁ মোক কলে, দেখা, ময় মানুহর বিষ্ঠার সলনি তোমাক গোবরখুটি দিলোঁ ; তুমি তারে আপোনার পিঠা তাও দি তৈয়ার করিবা। [16] তার বাহিরে, তেওঁ মোক কলে, হে মনুষ্য-সন্তান, দেখা, ময় যিরূচালেমত অন্নরূপ লাখুটি ভাঙিম ; তাতে, সিবিলাক পিঠা আরু পানীর অভাৱত পড়িবর নিমিত্তে, আরু পরস্পরে আশ্চরিত হৈ সিবিলাকর অপরাধত ক্ষীণাই যাবর নিমিত্তে, [17] সিবিলাকে সাৱধানেরে জুখি জুখি পিঠা খাব, আরু আশ্চরিত হৈ জুখি জুখি পানী পান করিব।

**৫** আরু হে মনুষ্য-সন্তান, তুমি এখন চোকা তরোৱাল লোৱা ; তুমি তাক নাপিতর ক্ষুর-স্বরূপে লৈ আপোনার মূরর চুলি আরু ডাঢ়ির ওপরত চলোৱা। পাছে এখন তর্জু লৈ, সেই ডাঢ়ি-চুলিবোর জুখি ভাগ ভাগ করিবা। [2] নগর অবরোধ করা দিন সম্পূর্ণ হলে, তুমি তার তিনি ভাগর এভাগ নগরর মাজত জুইত পুরিবা ; তুমি দ্বিতীয় ভাগ লৈ নগরর চারিও-ফালে তাক তরোৱালেরে প্রহার করিবা ; আরু তুমি তৃতীয় ভাগ বায়ুত উড়ুৱাই দিবা, আরু ময় ফাঁকর পরা তরোৱাল উলিয়াই সিবিলাকর পাছে পাছে খেদি যাম। [3] আরু তুমি তারে অলপ লৈ তোমার কাপরর আঁচলত বান্ধিবা। [4] পাছে তুমি তারো অলপ লৈ জুইর মাজত পেলাই জুইত পুরিবা ; তার পরা জুই ওলাই গোটেই ইস্রায়েল-বংশত সোমাব।

[5] প্রভু যিহোৱাই এই কথা কৈছে, এয়ে যিরূচালেম ; ময় ইয়াক জাতিবিলাকর মাজত স্থাপন করিলোঁ, আরু ইয়ার চারিওফালে দেশ-বোর আছে। [6] আরু ই জাতিবিলাকতকৈয়ো অধিক দুষ্কর্ম্ম করি মোর শাসন-প্রণালীবোরর বিরুদ্ধে, আরু ইয়ার চারিওফালে থকা দেশর লোকবিলাকতকৈয়ো মোর বিধিবোরর বিরুদ্ধে অধিক বিদ্রোহ করিলে ; কিয়নো ইবিলাকে মোর শাসন-প্রণালীবোর অগ্রাহ্য করিলে, আরু মোর বিধিবোরর বিষয়ে হলে ইবিলাকে সেই-বোরত নচলিলে। [7] এই নিমিত্তে প্রভু যিহো-ৱাই এই কথা কৈছে, তোমালোকর চারিওফালে থকা জাতিবিলাকতকৈ তোমালোকে অধিক অত্যাচার করিলা, মোর বিধিবোরত নচলিলা, মোর শাসন-প্রণালীবোর পালন নকরিলা, আরু তোমালোকর চারিওফালে থকা জাতিবিলাকর শাসন-প্রণালী অনুসারেও কার্য্য নকরিলা। [8] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, দেখা, ময়, ময়েই তোমার বিপক্ষ ; আরু ময় জাতিবিলাকর সাক্ষাতে তোমার মাজত দণ্ডাজ্ঞা সিদ্ধ করিম। [9] যিহক ময় কেতিয়াও করা নাই, আরু যিহর নিচিনা কেতিয়াও নকরিম, তোমার আটাই ঘিণলগীয়া কার্য্যবোরর নিমিত্তে তাকেই তোমার মাজত করিম। [10] এই কারণে তোমার মাজত বাপেকহঁতে পুতেকহঁতক খাব, আরু পুতেকহঁতে বাপেকহঁতক খাব ; এই প্রকারে ময় তোমার মাজত দণ্ডাজ্ঞা সিদ্ধ করিম, আরু তোমার আটাই অবশিষ্ট ভাগ চারিও-ফালে বায়ুত উড়ুৱাই দিম। [11] এই হেতুকে, প্রভু যিহোৱাই কৈছে, মোর জীৱনর শপথ, তোমার আটাই ঘিণলগীয়া বস্তুরে, আরু তোমার আটাই ঘৃণনীয় কার্য্যেরে তুমি মোর পবিত্রস্থান অশুচি করা বাবে, ময় নিশ্চয়ে তোমাক হ্রাস করিম, তোমালৈ কৃপাদৃষ্টি নকরিম, আরু তোমাক দয়াও নকরিম। [12] তোমার তিনি ভাগর এভাগ লোক তোমার মাজত মহামারীত মরিব আরু আকালর দ্বারায় নষ্ট হব ; দ্বিতীয় ভাগ তোমার চারিওফালে তরোৱালত পতিত হব ; আরু তৃতীয় ভাগ ময় চারিওফালে বায়ুত উড়ুৱাই দিম, আরু ফাকর পরা তরোৱাল উলিয়াই সিবিলাকর পাছে পাছে খেদি যাম। [13] এই দরে মোর ক্রোধ সিদ্ধ হব, আরু ময় সিবিলাকর ওপরত মোর কোপ বরষাই ক্ষান্ত হম ; ময় সিবিলাকর ওপরত মোর ক্রোধ সিদ্ধ করার পাছত, সিবিলাকে জানিব, যে, ময় যিহোৱাই মোর মর্য্যাদা রখার উৎসাহতে এই কথা কলোঁ। [14] ইয়ার বাহিরে, আটাই পথিক-বিলাকর দৃষ্টিত তোমার চারিওফালে থকা জাতি-বিলাকর মাজত ময় তোমাক ধ্বংসস্থান আরু ধিক্কারর বিষয় করিম। [15] তাতে, ময় ক্রোধত, কোপত, আরু কোপযুক্ত ধমকিত তোমার মাজত দণ্ডাজ্ঞা সিদ্ধ করিলে, তোমার চারিও-ফালে থকা জাতিবিলাকর নিমিত্তে সেই নগর

ধিক্কার, বিদ্রূপ, শিক্ষা, আৰু আশ্চৰিতৰ বিষয় হব ; মই যিহোৱাই এই কথা কলোঁ। [১৬] মই সেই সময়ত সিবিলাকৰ মাজলৈ আকালস্বৰূপ বিনাশার্থক অনিষ্টকাৰী বাণ মাৰিম, তোমালোকক বিনষ্ট কৰিবৰ অৰ্থেহে সেইবোৰ মাৰিম ; মই তোমালোকৰ ওপৰত আকাল বঢ়াম, আৰু তোমালোকৰ অন্নৰূপ লাখুটি ভাঙিম। [১৭] মই তোমালোকৰ অহিতে আকাল আৰু হিংসক জন্তুবোৰ পঠাম, সিহঁতে তোমাক সন্তানহীন কৰিব ; মহামাৰী আৰু ৰক্তপাত তোমাৰ মাজেদি যাব, আৰু মই তোমাৰ অহিতে তৰোৱাল অনাম। মই যিহোৱাই এই কথা কলোঁ।

ইস্ৰায়েলৰ পৰ্ব্বতবোৰৰ বিৰুদ্ধে কোৱা ভাববাণী।

**৬** পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, ইস্ৰায়েলৰ পৰ্ব্বতবোৰৰ ফাললৈ তুমি মুখ কৰি সেইবোৰৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা, আৰু কোৱা, [৩] হে ইস্ৰায়েলৰ পৰ্ব্বতবিলাক, প্ৰভু যিহোৱাৰ বাক্য শুনা : প্ৰভু যিহোৱাই পৰ্ব্বতবোৰক, উপপৰ্ব্বতবোৰক, জুৰী বৈ যোৱা ঠাইবোৰক, আৰু উপত্যকাবোৰক এই কথা কৈছে, দেখা, মই, ময়েই তোমালোকৰ অহিতে তৰোৱাল অনাম, আৰু তোমালোকৰ ওখ ঠাইবোৰ বিনষ্ট কৰিম। [৪] তাতে তোমালোকৰ যজ্ঞবেদিবোৰ ধ্বংস কৰা হব, আৰু তোমালোকৰ সূৰ্য্য-প্ৰতিমাবোৰ ভঙ্গা হব ; আৰু মই তোমালোকৰ হত লোকবিলাকক তোমালোকৰ মূৰ্ত্তিবোৰৰ আগত পেলাম। [৫] আৰু মই ইস্ৰায়েলৰ সন্তানবিলাকৰ শব সিবিলাকৰ মূৰ্ত্তিবোৰৰ আগত ৰাখিম, আৰু তোমালোকৰ যজ্ঞবেদিবোৰৰ চাৰিওফালে তোমালোকৰ হাড়বোৰ সিঁচৰতি কৰিম। [৬] তোমালোকৰ যজ্ঞবেদিবোৰ উচ্ছন্ন আৰু ধ্বংস কৰা হবৰ নিমিত্তে, তোমালোকৰ মূৰ্ত্তিবোৰ ভগ্ন হৈ নাইকিয়া হবৰ নিমিত্তে, তোমালোকৰ সূৰ্য্য-প্ৰতিমাবোৰ ছেদন কৰা হবৰ নিমিত্তে, আৰু তোমালোকৰ হাতৰ কাৰ্য্যবোৰ লোপ পাবৰ নিমিত্তে তোমালোকৰ আটাই বাসস্থানত নগৰবোৰ উচ্ছন্ন আৰু ওখ ঠাইবোৰ ধ্বংস কৰা হব, [৭] আৰু তোমালোকৰ মাজত লোক হত হৈ পৰিব ; তাতে, মই যে যিহোৱা, তাক তোমালোকে জানিবা। [৮] তথাপি, যেতিয়া দেশবোৰৰ মাজত তোমালোক ছিন্নভিন্ন হবা, তেতিয়া তৰোৱালৰ পৰা ৰক্ষা পোৱা তোমালোকৰ কেত্বিলাক লোক যেন জাতিবিলাকৰ মাজত হব, এই নিমিত্তে মই এক অৱশিষ্ট ভাগ এৰিম ; [৯] আৰু মোৰ পৰা আঁতৰ হোৱা সিবিলাকৰ বেশ্যালী মন, আৰু সিবিলাকৰ মূৰ্ত্তিৰ পাছে পাছে ব্যভিচাৰী হৈ যোৱা সিবিলাকৰ চকু যেতিয়া মই দমন কৰিম, তেতিয়া তোমালোকৰ ৰক্ষা পোৱা লোকবিলাকে আপোনাবিলাকক বন্দী কৰি নিয়া জাতিবিলাকৰ মাজত মোক সোঁৱৰণ কৰিব, আৰু সিবিলাকৰ আটাই ঘিণলগীয়া বস্তুৰ সম্পৰ্কে সিবিলাকে কৰা মন্দ কাৰ্য্যৰ নিমিত্তে আপোনাবিলাকৰ দৃষ্টিত আপোনাবিলাকক ঘিণ কৰিব। [১০] আৰু মই যে যিহোৱা, তাক সিবিলাকে জানিব ; মই যে সিবিলাকলৈ এই অমঙ্গল কৰিম, ইয়াক মই বৃথাই কোৱা নাই।

[১১] প্ৰভু যিহোৱাই এই কথা কৈছে, তুমি হাততালি দি, আৰু মাটিত ভৰি মাৰি ইস্ৰায়েলবংশৰ আটাই ঘিণলগীয়া কাৰ্য্যৰ নিমিত্তে হায় হায় কৰা ; কিয়নো সিবিলাক তৰোৱাল, আকাল, আৰু মহামাৰীত পতিত হব। [১২] দূৰৈত থকা লোক মহামাৰীত মৰিব, ওচৰত থকা লোক তৰোৱালত পতিত হব, আৰু নগৰত অৱশিষ্ট থাকি অৱৰুদ্ধ হোৱা লোক আকালত মৰিব ; এই দৰে মই সিবিলাকৰ ওপৰত মোৰ ক্ৰোধ সিদ্ধ কৰিম। [১৩] য'ত সিবিলাকে আপোন আপোন দেৱতাৰ উদ্দেশে সুগন্ধি দ্ৰব্য উৎসৰ্গ কৰিছিল, সেই প্ৰত্যেক ওখ গিৰিত, আটাই পৰ্ব্বতৰ টিঙত, প্ৰত্যেক কেঁচাপতীয়া গছৰ তলত, আৰু প্ৰত্যেক জোপোহা এলোন বৃক্ষৰ তলত, সিবিলাকৰ যজ্ঞবেদিৰ চাৰিওফালে আপোন আপোন মূৰ্ত্তিৰ মাজত যেতিয়া সিবিলাকৰ হত লোকবিলাক পৰি থাকিব, তেতিয়া, মই যে যিহোৱা, তাক তোমালোকে জানিবা। [১৪] আৰু মই সিবিলাকৰ অহিতে আপোন হাত মেলি, অৰণ্যৰ পৰা দিব্লালৈকে সিবিলাকৰ দেশৰ আটাই বাসস্থান ধ্বংস আৰু উচ্ছন্ন কৰিম ;

তাতে, ময় যে যিহোৱা, তাক সিবিলাকে জানিব।

যিহুদার পতনর বিষয়র বিলাপ।

৭ পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, প্রভু যিহোৱাই ইস্রায়েল দেশক এই কথা কৈছে, অন্ত পড়িল, দেশর চারি চুকলৈ অন্ত আহিল। এতিয়া তোমার অন্ত উপস্থিত; [৩] ময় তোমার ওপরলৈ মোর ক্রোধ পঠাম, তোমার আচার-ব্যবহার অনুসারে বিচার করিম, আরু তোমার আটাই ঘিণলগীয়া কার্য্যর ফল তোমালৈ ফলিওৱাম। [৪] ময় তোমালৈ কৃপাদৃষ্টি নকরিম, আরু তোমাক দয়াও নকরিম; কিন্তু ময় তোমার আচরণর ফল তোমালৈ ফলিওৱাম, আরু তোমার ঘিণলগীয়া কার্য্যর ফল তোমার মাজত থাকিব; তাতে ময় যে যিহোৱা, তাক তোমালোকে জানিবা।

[৫] প্রভু যিহোৱাই এই কথা কৈছে, অমঙ্গল, কেবল একেটা অমঙ্গল; দেখা, সেয়ে পালেহি। [৬] অন্ত উপস্থিত, সেই অন্তই উপস্থিত; সেয়ে তোমার অহিতে জাগিল; দেখা, সেয়ে পালেহি। [৭] হে দেশ-নিবাসী লোক, তোমার দণ্ডাজ্ঞা তোমালৈ আহিল; সময় উপস্থিত, দিন ওচর চাপিছে; পর্ব্বতবোরর ওপরত আনন্দধ্বনির দিন নহয়, কোলাহলরহে দিন! [৮] এতিয়া অলপতে ময় তোমার ওপরত মোর ক্রোধ বরষাম, তোমার অহিতে মোর কোপ সিদ্ধ করিম, আরু তোমার আচার-ব্যবহার অনুসারে তোমার বিচার করিম; ময় তোমার সকলো ঘিণলগীয়া কার্য্যর ফল তোমালৈ ফলিওৱাম। [৯] ময় কৃপাদৃষ্টি নকরিম, আরু দয়াও নকরিম; ময় তোমার আচার-ব্যবহারর ফল তোমালৈ ফলিওৱাম, আরু তোমার ঘিণলগীয়া কার্য্যর ফল তোমার মাজত থাকিব; তাতে, ময় যিহোৱায়েই যে প্রহার করোঁ, তাক তোমালোকে জানিবা। [১০] দেখা, সেই দিন সোৱা; দেখা, সেয়ে পালেহি; তোমার দণ্ডাজ্ঞা প্রকাশিত হল; দণ্ড-ডালি ফুলিল, অহঙ্কারে কলি ধরিলে। [১১] দৌরাত্ম্য দুষ্টতার দণ্ড হৈ উঠিল; সিবিলাকর, আরু সিবিলাকর লোকসমূহর মাজর কোনো, বা সিবিলাকর ধন-সম্পত্তির একো অৱশিষ্ট নেথাকিব; সিবিলাকর মাজত প্রাধান্যও নেথাকিব। [১২] সময় উপস্থিত, দিন ওচর চাপিছে; কিনোতাই আনন্দ, কি বেচোঁতাই বেজার নকরোক; কারণ তার আটাই লোক-সমূহর ওপরত ক্রোধ উপস্থিত। [১৩] কিয়নো সিবিলাক সেই সময়লৈকে জীয়াই থাকিলেও, বেচোঁতাই বেচা বস্তুলৈ নুলটিব; কারণ সেই দর্শন তার আটাই লোকসমূহর সম্পর্কীয়; কোনেও নুলটিব, বা আপোন আপোন অপরাধত কোনেও জীৱনধারণ করিব নোৱারিব। [১৪] সিবিলাকে শিঙা বজাই সকলোকে যুগুত করিলে, কিন্তু যুদ্ধলৈ কোনো নেযায়; কিয়নো মোর ক্রোধ তার আটাই লোকসমূহর ওপরত পড়িল। [১৫] বাহিরত তরোৱাল, ভিতরত মহামারী আরু আকাল; যি মানুহ পথারত আছে, সি তরোৱালত মরিব, আরু যি মানুহ নগরত আছে, তাক আকাল আরু মহামারীয়ে গ্রাস করিব। [১৬] কিন্তু সিবিলাকর মাজর যিবিলাক সারিব, সিবিলাক সারি আটাইবিলাকে আপোন আপোন অপরাধত শোক করি, উপত্যকাবাসী কপৌর দরে পর্ব্বতত থাকিব। [১৭] সকলোরে হাত দুর্ব্বল হব, আরু সকলোরে আঁঠু পানীর নিচিনা অস্থির হব। [১৮] সিবিলাকে কঁকালত চট বান্ধিব, আরু মহাত্রাস সিবিলাকর আবরণ-স্বরূপ হব; আটাইরে মুখ বিবর্ণ হব, আরু সিবিলাক আটাইরে মূর টকলা করা হব। [১৯] সিবিলাকে আপোন আপোন রূপ বাটত পেলাই দিব, আরু সিবিলাকর সোণ অশুচি বস্তু যেন হব; যিহোৱার ক্রোধর দিনা সিবিলাকর সোণ আরু রূপে সিবিলাকক রক্ষা করিব নোৱারিব; সেইবোরে সিবিলাকর প্রাণ তৃপ্ত বা সিবিলাকর উদর পূর করিব নোৱারিব; কিয়নো সেয়ে সিবিলাকর অপরাধজনক বিঘিনি। [২০] তেওঁর সুন্দর ভূষণর বিষয়ে হলে, তেওঁ তাক গৌরৱযুক্ত করি স্থাপন করিছিল, কিন্তু সিবিলাকে তাত সিবিলাকর ঘিণলগীয়া দেৱতার মূর্ত্তি, আরু সিবিলাকর ঘৃণনীয় বস্তু স্থাপন করিলে; এই কারণে ময় তাক সিবিলাকলৈ অশুচি বস্তু যেন করিলোঁ। [২১] ময় তাক চিকারস্বরূপে বিদেশীবিলাকর হাতত, আরু লুটদ্রব্যস্বরূপে

পৃথিবীর দুষ্টবোরর হাতত সোধাই দিম; তাতে সিহঁতে তাক অপবিত্র করিব। [২২] আৰু মই মোর মুখ সিবিলাকর পরা ঘুরাম; তাতে সিহঁতে মোর গুপ্তস্থান অশুচি করিব, আৰু ডকাইত-বোরে তাত সোমাই তাক অপবিত্র করিব। [২৩] তুমি এডাল শিকলি গঢ়োৱা; কিয়নো দেশ রক্তপাতর অপরাধেরে পরিপূর্ণ, আৰু নগর অত্যাচারেরে ভরিল। [২৪] এই নিমিত্তে মই জাতিবিলাকর মাজর অতি দুষ্টবোরক আনিম, আৰু সিহঁতে সিবিলাকর ঘরবোর অধিকার করিব; মই বলৱানবিলাকর গর্ব্ব খর্ব্ব করিম, আৰু সিবিলাকর পবিত্রস্থানবোর অপবিত্র করা হব। [২৫] সংহার আহিব লাগিছে; সিবিলাকে শান্তি বিচারিব, কিন্তু নেপাব। [২৬] আপদর উপরি আপদ হব, আৰু জনরবর উপরি জনরব হব; সেই কালত সিবিলাকে ভাববাদীর দর্শন বিচারিব, কিন্তু পুরোহিতর পরা ব্যবস্থা, আৰু বৃদ্ধবিলাকর পরা মন্ত্রণা লোপ পাব। [২৭] রজাই শোক করিব, মন্ত্রীয়ে ধ্বংসরূপ বস্ত্র পরিধান করিব, আৰু দেশর প্রজাবিলাকর হাত কঁপিব; মই সিবিলাকর আচার-ব্যৱহার অনুসারে সিবিলাকলৈ কার্য্য করিম, আৰু সিবিলাকর কার্য্য অনুসারে সিবিলাকর বিচার করিম; তাতে, মই যে যিহোৱা, তাক সিবিলাকে জানিব।

যিহুদীবিলাকর নানাবিধ দেৱপূজার দর্শন।

৮ ষষ্ঠ বছরর ষষ্ঠ মাহর পঞ্চম দিনা, মোর ঘরত মই বহি থাকোঁতে, আৰু যিহুদার বৃদ্ধ-বিলাক মোর আগত বহি থাকোঁতে, সেই ঠাইত প্রভু যিহোৱার হাত মোর ওপরত অর্পিত হল। [২] তেতিয়া মই চাই অগ্নি যেন এক মূর্ত্তি দেখিলোঁ; তেওঁর কঁকাল যেন বস্তুটোর পরা তললৈ অগ্নি যেন দেখা গল, আৰু কঁকালর পরা ওপরলৈ, দীপ্তি যেন, উজ্জ্বল ধাতু যেন দেখা গল। [৩] পাছে তেওঁ হাত যেন বস্তুটো মেলি মোর মূরর একোঁচা চুলিত ধরিলে, আৰু আত্মাই মোক দাঙি, ঈশ্বরীয় দর্শনত যিরূচালে-মলৈ, অন্তর্জ্জ্বালাজনক অন্তর্জ্জ্বালা-মূর্ত্তি স্থাপিত হোৱা, ভিতর-চোঁতালর উত্তর ফালর বাট-চরার দুৱারমুখলৈ পৃথিবী আৰু আকাশর মাজেদি মোক লৈ গল। [৪] আৰু মই দেখিলোঁ, উপত্য-কাত দর্শনত দেখা বস্তুটোর দরে ইস্রায়েলর ঈশ্বরর গৌরৱ তাত আছিল। [৫] তেতিয়া তেওঁ মোক কলে, হে মনুষ্য-সন্তান, তুমি চকু তুলি উত্তর ফাললৈ চোৱা। তাতে মই উত্তর ফাললৈ চকু তুলি চাই যজ্ঞবেদির বাট-চরার উত্তরফালে প্রবেশস্থানত সেই অন্তর্জ্জ্বালা-মূর্ত্তি দেখিলোঁ। [৬] পাছে তেওঁ মোক কলে, হে মনুষ্য-সন্তান, লোকবিলাকে কি করিছে তাক তুমি দেখিছা নে? মোর পবিত্রস্থানর পরা মই আঁতর হবর নিমিত্তে ইস্রায়েল-বংশই যিবোর বড় বড় ঘিণ-লগীয়া কার্য্য করিছে, সেইবোর তুমি দেখিছা নে? কিন্তু তুমি আকৌ ইয়াতকৈয়ো আৰু বড় বড় ঘিণলগীয়া কার্য্য দেখিবলৈ পাবা; [৭] এই বুলি তেওঁ মোক চোঁতালর বাট-চরার দুৱারর ভিতরলৈ লৈ গলত, মই চাই দেৱালত এটা বিন্ধা দেখিলোঁ। [৮] তেতিয়া তেওঁ মোক কলে, হে মনুষ্য-সন্তান, দেৱাল খানা; তাতে মই দেৱাল খানিলত এখন দুৱার দেখিলোঁ। [৯] তেওঁ মোক আৰু কলে, তুমি ভিতরলৈ গৈ সিবি-লাকে তাত করা ঘিণলগীয়া দুষ্কর্ম্মবোর চোৱা। [১০] তাতে মই ভিতরলৈ গৈ চাই দেখিলোঁ, সকলোবিধ উরগ জন্তুর আৰু ঘিণলগীয়া পশুর প্রতিমূর্ত্তি, আৰু ইস্রায়েল-বংশর প্রতিমাবোর চারিওফালে দেৱালত কটা আছে; [১১] আৰু সেইবোরর আগত ইস্রায়েল-বংশর বৃদ্ধবিলাকর সত্তর জন পুরুষ আৰু সিবিলাকর মাজত চাফনর পুতেক যাজনিয়া থিয় হৈ আছে, প্রতিজনর হাতত এটা এটা ধূপর পাত্র; আৰু ধূপর সুগন্ধ-যুক্ত ধোঁৱা ওপরলৈ উঠিছে। [১২] তেতিয়া তেওঁ মোক কলে, হে মনুষ্য-সন্তান, ইস্রায়েল-বংশর বৃদ্ধবিলাকে দেৱালত মূর্ত্তি কটা আপোন আপোন খোঁটালীত আন্ধারত কি করিছে তাক তুমি দেখিছা নে? কিয়নো সিবিলাকে কয়, যিহোৱাই আমাক দেখা নেপায়, যিহোৱাই পৃথিবী ত্যাগ করিলে। [১৩] তেওঁ মোক আৰু কলে, তুমি আকৌ সিবিলাকে করা ইয়াতকৈয়ো আৰু বড় বড় ঘিণলগীয়া কার্য্য দেখিবলৈ পাবা। [১৪] পাছে তেওঁ যিহোৱার গৃহর উত্তর ফালর বাট-চরার দুৱারমুখলৈ মোক নিলত, মই দেখিলোঁ, সেই ঠাইত তিরুতাবোরে বহি তম্মুজর

নিমিত্তে কান্দি আছে। [১৫] তেতিয়া তেওঁ মোক কলে, হে মনুষ্য-সন্তান, তুমি দেখিছা নে? তুমি এইবোরতকৈয়ো আরু বড় বড় ঘিণলগীয়া কার্য্য দেখিবলৈ পাবা। [১৬] পাছে তেওঁ মোক যিহোৱার গৃহর ভিতর-চোঁতাললৈ নিলত, ময় দেখিলোঁ, যিহোৱার মন্দিরর দুৱার-মুখত, বারাণ্ডা আরু যজ্ঞবেদির মাজত যিহোৱার মন্দিরর ফাললৈ পিঠি দি, আরু পুব ফাললৈ মুখ করি পঞ্চাশ জনমান মানুহে সূর্য্যর আগত প্রণিপাত করিছে। [১৭] তেতিয়া তেওঁ মোক সুধিলে, হে মনুষ্য-সন্তান, তুমি ইয়াক দেখিছা নে? ইয়াত যিহুদা-বংশই যি যি ঘিণলগীয়া কার্য্য করিছে, সেই সকলো কার্য্য জানো সিবিলাকলৈ লঘু বিষয়? কিয়নো সিবিলাকে দেশ অত্যাচারেরে পূর করিলে, আরু মোক বেজার দিবর নিমিত্তে পুনরায় ঘুরিছে; আরু দেখা, সিবিলাকে ডাল-বোর নাকত লগাইছে। [১৮] এই হেতুকে ময়ো কোপেরে কার্য্য করিম, কৃপাদৃষ্টি নকরিম, আরু দয়াও নকরিম; আরু সিবিলাকে বড় মাতেরে মোর কাণত কাতরোক্তি করিলেও, ময় সিবিলাকর কথা নুশুনিম।

### যিরূচালেম-নিবাসীবিলাকক বধ করার দর্শন।

**৯** পাছে তেওঁ বড় মাতেরে কোৱা এই বাক্য মোর কাণত পড়িল, যে, নগরখনর দণ্ড দিব লগীয়াবিলাকক চপোৱা; প্রতিজনে হাতত বিনাশক অস্ত্র লৈ আহোক। [২] তাতে ময় দেখিলোঁ, উত্তর দিশর ওপর-বাট-চরার বাটেদি আপোন আপোন হাতত গদা লৈ ছয় জন মানুহ আহিল; সিবিলাকর মাজত শণ সূতার বস্ত্র পিন্ধা, আরু কঁকালত লিখকর মৈলাম থকা এজন পুরুষ আছিল। সিবিলাক সোমাই পিত্তলর যজ্ঞবেদির কোষত থিয় হল। [৩] এনেতে, যি করূব কেইজনর ওপরত ইস্রায়েলর ঈশ্বরর গৌরব আছিল, সেই গৌরব সেই করূব কেইজনর পরা উঠি গৃহটীর দুৱারডলিলৈ গল পাছে শণ সূতার বস্ত্র পিন্ধা, আরু কঁকালত লিখকর মৈলাম থকা সেই পুরুষজনক যিহোৱাই মাতি কলে, [৪] তুমি যিরূচালেম নগরর মাজেদি গৈ, তার মাজত করা সকলো ঘিণলগীয়া কার্য্যর নিমিত্তে হুমুনিয়াহ পেলোৱা আরু চিঁয়রি কন্দা মানুহর কঁপালত চিন দিয়া। [৫] পাছে ময় শুনাকৈ তেওঁ আন কেইজনক কলে, তোমালোকে এই জনর পাছে পাছে নগরর মাজেদি গৈ প্রহার করা, কৃপাদৃষ্টি কি দয়াও নকরিবা; [৬] বুঢ়া, ডেকা, যুবতী, শিশু, আরু তিরুতা আদি সকলোকে নিঃশেষে বধ করা; কিন্তু চিন থকা কোনো মানুহর ওচরলৈ নেযাবা; আরু মোর পবিত্রস্থানর পরা আরম্ভ করা। তেতিয়া সিবিলাকে গৃহর সম্মুখত থকা সেই বৃদ্ধ কেইজনরে পরা আরম্ভ করিলে। [৭] পাছে তেওঁ সিবিলাকক কলে, গৃহটী অশুচি করা, চোঁতাল কেইখন হত লোকেরে পূর করা; তোমালোক ওলাই যোৱা। তাতে সিবিলাকে ওলাই গৈ নগরর মাজত প্রহার করিলে। [৮] সিবিলাকে প্রহার করোঁতে ময় অবশিষ্ট থাকিলত, ময় উবুরি হৈ পড়ি চিঁয়রি কান্দি কলোঁ, হায় হায় প্রভু যিহোৱা, তুমি যিরূচালেমর ওপরত তোমার ক্রোধ বরষাই ইস্রায়েলর আটাই অবশিষ্ট ভাগ বিনষ্ট করিবা নে? [৯] তেতিয়া তেওঁ মোক কলে, ইস্রায়েল আরু যিহুদা-বংশর অপরাধ অতিশয় বড়, আরু দেশ তেজেরে পরিপূর্ণ, আরু নগর-খন অন্যায় বিচারেরে ভরা; কিয়নো সিবিলাকে কয়, যিহোৱাই পৃথিবী ত্যাগ করিলে, যিহোৱাই দেখা নেপায়। [১০] ময় হলে কৃপাদৃষ্টি কি দয়াও নকরিম; কিন্তু সিবিলাকর কার্য্যর ফল সিবিলাকর মূরত ফলিওৱাম। [১১] পাছে দেখা, শণ সূতার বস্ত্র পিন্ধা, আরু কঁকালত মৈলাম থকা সেই পুরুষজনে, তুমি মোক হুকুম দিয়ামতে ময় করিলোঁ, এই বুলি বার্ত্তা দিলেহি।

### ঈশ্বরীয় অগ্নি যিরূচালেমর ওপরত পড়ার দর্শন।

**১০** তেতিয়া ময় চাই দেখিলোঁ, করূব কেইজনর মূরর ওপরত থকা চন্দ্রাতাপ যেন বস্তুটোত, সিবিলাকর ওপরত, এটী নীলকান্ত মণির নিচিনা, এখন সিংহাসনর মূর্ত্তির নিচিনা এক পদার্থ প্রকাশ পাইছিল। [২] পাছে তেওঁ শণ সূতার বস্ত্র পিন্ধা পুরুষজনক কলে, তুমি ঘুরি থকা চক্রবোরর মাজলৈ, করূব কেইজনর তললৈ গৈ সিবিলাকর মাজর পরা আঁজলি ভরাই জুইর আঙঠা লৈ, নগরখনত সেইবোর

সিঁচরতি করি পেলোৱা; তাতে সেই পুৰুষজন মোৰ চকুৰ আগতে তাত সোমাল। ৩ সেই পুৰুষজন সোমোৱা সময়ত, কৰূব কেইজন গৃহৰ সোঁফালে থিয় হৈ আছিল, আৰু ভিতৰ-চোঁতালখন মেঘডোখৰেৰে পৰিপূৰ্ণ আছিল। ৪ তেতিয়া যিহোৱাৰ গৌৰৱ কৰূব কেইজনৰ পৰা উঠি গৈ গৃহৰ দুৱাৰডলিৰ ওপৰত আছিল, আৰু গৃহটো মেঘডোখৰেৰে, আৰু চোঁতালখন যিহোৱাৰ গৌৰৱৰ দীপ্তিৰে পৰিপূৰ্ণ হৈছিল; ৫ আৰু সৰ্ব্বশক্তিমান ঈশ্বৰে কথা কোৱা সময়ৰ শবদৰ নিচিনাকৈ কৰূব কেইজনৰ ডেউকাৰ শবদ বাহিৰ-চোঁতাললৈকে শুনা গৈছিল। ৬ পাছে, তুমি ঘূৰি থকা চক্ৰবোৰৰ মাজৰ পৰা, কৰূব কেইজনৰ মাজ ঠাইৰ পৰা জুই লোৱা বুলি তেওঁ শণ সূতাৰ বস্ত্ৰ পিন্ধা পুৰুষজনক আজ্ঞা দিলত, তেওঁ সোমাই গৈ এটা চক্ৰৰ কোষত থিয় হল। ৭ তেতিয়া কৰূবজনে কৰূব কেইজনৰ মাজৰ পৰা সিবিলাকৰ মাজত থকা জুইলৈ হাত মেলি তাৰ কিছু লৈ শণ সূতাৰ বস্ত্ৰ পিন্ধা পুৰুষজনৰ হাতত দিলে; তেওঁ তাক লৈ বাহিৰ হল। ৮ আৰু কৰূব কেইজনৰ গাত, সিবিলাকৰ আপোন আপোন ডেউকাৰ তলত মানুহৰ হাতৰ নিচিনা এক বস্তু দেখা গল। ৯ পাছে ময় চাই দেখিলোঁ, এজন কৰূবৰ কোষত এটা চক্ৰ, আৰু আন কৰূবৰ কোষত আন চক্ৰ, এই ৰূপে চাৰি জন কৰূবৰ কোষত চাৰিটা চক্ৰ আছিল; আৰু সেই চক্ৰ কেইটাৰ আভা বৈদূৰ্য্য মণিৰ নিচিনা। ১০ আৰু সেইবোৰৰ আকৃতিৰ বিষয়ে হলে, চাৰিওটা একে ৰকমৰ, যেন চক্ৰৰ মাজত হে চক্ৰ আছে। ১১ যোৱা সময়ত সেইবোৰ চাৰি কোষে যায়; যোৱা সময়ত সেইবোৰ কোনো ফালে নুঘূৰে, কিন্তু যি ঠাই মূৰটোৰ সন্মুখ, সেইবোৰ সেই ঠাইৰ ফাললৈ পাছে পাছে যায়, যোৱা সময়ত কোনো ফালে নুঘূৰে। ১২ আৰু সিবিলাকৰ গোটেই গা, আৰু সিবিলাকৰ পিঠি, হাত, ডেউকা, আৰু চক্ৰ, চাৰিওফালে চকুৰে ভৰা, সিবিলাক চাৰিও-জনৰেই চক্ৰ চকুৰে ভৰা। ১৩ সেই চক্ৰ কেইটাৰ বিষয়ে হলে, ময় সেইবোৰক ঘূৰি থকা চক্ৰ বুলি মতা শুনিলোঁ। ১৪ প্ৰতিজনৰ চাৰিখন চাৰিখন মুখ; প্ৰথমখন কৰূবৰ, দ্বিতীয়খন মানুহৰ, তৃতীয়খন সিংহৰ, আৰু চতুৰ্থখন কুৰৰ পক্ষীৰ মুখ। ১৫ পাছে কৰূব কেইজন ওপৰলৈ উঠি গল। কবাৰ নদীৰ পাৰত ময় দেখা প্ৰাণী এইবিলাক। ১৬ কৰূব কেইজন যোৱা সময়ত চক্ৰ কেইটাও সিবিলাকৰ কোষে কোষে যায়; আৰু কৰূব কেইজনে পৃথিবীৰ পৰা ওপৰলৈ উঠিবলৈ ডেউকা দঙা সময়ত, চক্ৰ কেইটায়ো সিবিলাকৰ কোষ নেৰে। ১৭ সিবিলাক ৰলে, সেইবোৰো ৰয়, আৰু সিবিলাক ওপৰলৈ উঠা সময়ত সেইবোৰো সিবিলাকৰ লগত উঠে; কিয়নো প্ৰাণী কেইজনৰ আত্মা সেইবোৰত আছিল। ১৮ পাছে যিহোৱাৰ গৌৰৱ দুৱাৰডলিৰ ওপৰৰ পৰা প্ৰস্থান কৰি কৰূব কেইজনৰ ওপ-ৰত ৰল। ১৯ কৰূব কেইজনে প্ৰস্থান কৰোঁতে, ডেউকা দাঙি মোৰ আগতে পৃথিবীৰ পৰা ওপৰলৈ উঠি গল, আৰু সিবিলাকৰ কোষে কোষে চক্ৰ কেইটাও চলিল, আৰু সিবিলাক যিহোৱাৰ গৃহৰ পূব ফালৰ বাটচৰাৰ দুৱাৰমুখত থিয় হল, আৰু সিবিলাকৰ ওপৰত ওখত ইস্ৰায়েলৰ ঈশ্বৰৰ গৌৰৱ আছিল। ২০ কবাৰ নদীৰ ওচৰত ইস্ৰায়েলৰ ঈশ্বৰৰ তলত ময় দেখা প্ৰাণী এইবিলাক; তাতে এইবিলাক যে কৰূব, তাক ময় জানিলোঁ। ২১ প্ৰতিজনৰ চাৰি-খন চাৰিখন মুখ, আৰু চাৰিখন চাৰিখন ডেউকা, আৰু আপোন আপোন ডেউকাৰ তলত মানুহৰ হাতৰ নিচিনা এক বস্তু আছিল। ২২ সিবিলাকৰ মুখৰ আকৃতিৰ বিষয়ে হলে, ময় কবাৰ নদীৰ ওচৰত দেখা মুখেই মুখ, আৰু একে আকৃতি, একে বস্তু; সিবিলাক প্ৰতিজনে পোনে পোনে যায়।

বাবিলৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব খোজা লোক-বিলাকৰ অহিতে কোৱা ভাববাণী।

১১ পাছে আত্মাই মোক দাঙি যিহোৱাৰ গৃহৰ পূবফালে মুখ কৰা পূব ফালৰ বাটচৰাৰ ওচৰলৈ নিলে; আৰু দেখা, সেই বাটচৰাৰ দুৱাৰমুখত পঁচিশ জন পুৰুষ আছিল; আৰু সিবিলাকৰ মাজত অজ্জুৰৰ পুতেক যাজনিয়া আৰু বনায়াৰ পুতেক পলটিয়া, প্ৰজাবিলাকৰ এই দুজন অধ্যক্ষক ময় দেখিলোঁ। ২ তেতিয়া তেওঁ মোক কলে, হে মনুষ্য-সন্তান, এই নগৰত কুকল্পনা

করোঁতা আৰু কুমন্ত্ৰণা দিওঁতা লোক এইবিলাক। ৩ ইবিলাকে কয়, ঘৰ সাজিবৰ সময় ওচৰ চপা নাই; এই নগৰখন কেৰাহি, আৰু আমি মাংস-স্বৰূপ। ৪ এই হেতুকে ইবিলাকৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা, হে মনুষ্য-সন্তান, ভাববাণী প্ৰচাৰ কৰা। ৫ তাতে যিহোৱাৰ আত্মা মোত স্থিতি হলত, তেওঁ মোক কলে, তুমি কোৱা, যিহোৱাই এই কথা কৈছে, হে ইস্ৰায়েল-বংশ, তোমালোকে এই এই ৰূপ কথা কৈছা; কিয়নো তোমালোকৰ মনত উদয় হোৱা কথা ময় জানিছোঁ; ৬ তোমালোকে এই নগৰত তোমালোকৰ হত লোকবিলাকৰ সংখ্যা বৃদ্ধি কৰিলা, আৰু ইয়াৰ আলিবোৰ হত লোকেৰে পৰিপূৰ্ণ কৰিলা। ৭ এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে, ইয়াৰ মাজত তোমালোকে পেলোৱা, তোমালোকৰ হত লোকবিলাকহে মাংস, আৰু নগৰখন কেৰাহি; কিন্তু তোমালোকক ইয়াৰ মাজৰ পৰা বাহিৰ কৰা হব। ৮ তোমালোকে তৰোৱাললৈ ভয় কৰিছা, ময় তোমালোকৰ ওপৰলৈ তৰোৱালকেহে আনিম, ইয়াক প্ৰভু যিহোৱাই কৈছে। ৯ আৰু ময় তোমোলাকক ইয়াৰ মাজৰ পৰা উলিয়াই পেলাম, আৰু বিদেশীবিলাকৰ হাতত সমৰ্পণ কৰি, তোমালোকৰ মাজত দণ্ডাজ্ঞা সিদ্ধ কৰিম। ১০ তোমালোক তৰোৱালত পতিত হবা, ময় ইস্ৰায়েলৰ সীমাতেই তোমালোকক দণ্ড দিম; তাতে, ময় যে যিহোৱা, তাক তোমালোকে জানিবা। ১১ এই নগৰখন তোমালোকৰ কেৰাহি নহব, আৰু তোমালোক ইয়াৰ মাজত থকা মাংস নহবা; ময় ইস্ৰায়েলৰ সীমাতেই তোমালোকক দণ্ড দিম; ১২ তাতে, ময় যে যিহোৱা, তাক তোমালোকে জানিবা। কিয়নো তোমালোকে মোৰ বিধিবোৰত চলা নাই, বা মোৰ শাসন-প্ৰণালীবোৰ পালন কৰা নাই, কিন্তু তোমালোকৰ চাৰিওফালৰ জাতিবিলাকৰ শাসন-প্ৰণালী অনুসাৰে কাৰ্য্য কৰিলা। ১৩ পাছে ময় ভাববাণী প্ৰচাৰ কৰা সময়ত বনায়াৰ পুত্ৰেক পলটিয়া মৰি গল; তাতে ময় উবুৰি হৈ পৰি চিঁয়ৰি কান্দি কলোঁ, হায় হায় প্ৰভু যিহোৱা, তুমি ইস্ৰায়েলৰ অৱশিষ্ট ভাগক নিঃশেষে বিনষ্ট কৰিবা নে?

১৪ পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, ১৫ হে মনুষ্য-সন্তান, তোমাৰ ভাইবিলাক, তোমাৰেই ভাইবিলাক, তোমাৰ জ্ঞাতি-কুটুম্ববিলাক, ইস্ৰায়েলৰ গোটেই বংশ, এই আটাইবিলাককে যিৰূচালেম-নিবাসীবিলাকে কয়, তোমালোক যিহোৱাৰ পৰা আঁতৰ হোৱা, অধিকাৰৰ অৰ্থে এই দেশ আমাকহে দিয়া হল। ১৬ এই হেতুকে তুমি কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, ময় যদিও সিবিলাকক জাতিবিলাকৰ মাজলৈ দূৰ কৰিলোঁ, আৰু যদিও ময় দেশবোৰৰ মাজত সিবিলাকক ছিন্নভিন্ন কৰিলোঁ, তথাপি সিবিলাক যি যি দেশলৈ গল, সেই সেই দেশত ময় অলপ কাল সিবিলাকৰ ধৰ্ম্মধাম হম। ১৭ এই হেতুকে তুমি কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, ময় জাতিবিলাকৰ মাজৰ পৰা তোমালোকক চপাম, আৰু তোমালোক ছিন্নভিন্ন হোৱা দেশবোৰৰ পৰা তোমালোকক গোটাম, আৰু তোমালোকক ইস্ৰায়েল দেশ দিম। ১৮ সিবিলাকে সেই দেশলৈ যাব, আৰু তাৰ আটাই গঢ়িত আৰু ঘিণলগীয়া বস্তু তাৰ মাজৰ পৰা দূৰ কৰিব। ১৯ সিবিলাকে মোৰ বিধিত চলিবৰ, আৰু মোৰ শাসন-প্ৰণালী পালন কৰি সেই অনুসাৰে কাৰ্য্য কৰিবৰ নিমিত্তে ময় সিবিলাকক একেটা চিত্ত দান কৰিম, ২০ আৰু তোমালোকৰ অন্তৰত এক নতুন আত্মা স্থিতি কৰিম, আৰু সিবিলাকৰ শৰীৰৰ পৰা শিলৰূপ মন গুচাই সিবিলাকক মাংসৰূপ মন দিম; তাতে সিবিলাক মোৰ প্ৰজা হব, আৰু ময় সিবিলাকৰ ঈশ্বৰ হম। ২১ কিন্তু প্ৰভু যিহোৱাই কৈছে, যিবোৰৰ হৃদয় সিহঁতৰ গঢ়িত আৰু ঘিণলগীয়া বস্তুবোৰৰ হৃদয়ৰ পাছত চলে, সিহঁতৰ বিষয়ে হলে, ময় সিহঁতৰ নিজৰ নিজৰ মূৰতে সিহঁতৰ কাৰ্য্যৰ ফল ফলিওৱাম। ২২ পাছে কৰূব কেইজনে আপোন আপোন ডেউকা দাঙিলে; সিবিলাকৰ কোষে কোষে চক্ৰ কেইটাও আছিল, আৰু সিবিলাকৰ ওপৰত ওখত ইস্ৰায়েলৰ ঈশ্বৰৰ গৌৰব আছিল। ২৩ আৰু যিহোৱাৰ গৌৰব নগৰৰ মাজৰ পৰা ওপৰলৈ উঠি গৈ নগৰৰ পুবফালে থকা পৰ্ব্বতটোৰ ওপৰত ৰল। ২৪ পাছে আত্মাই মোক দাঙি দৰ্শনক্ৰমে ঈশ্বৰৰ আত্মাৰ শক্তিৰে কল্দিয়া

দেশলৈ দেশান্তরিত লোকবিলাকর ওচরলৈ আনিলে। এই রূপে ময় দেখা দর্শন মোর পরা ওপরলৈ উঠি গল। ২৫ পাছে যিহোৱাই মোক দেখুউৱা সকলো বিষয় ময় দেশান্তরিত লোকবিলাকক কলোঁ।

রজা আরু প্রজাক দেশান্তরলৈ নিয়া বুজাবর দৃষ্টান্ত।

**১২** পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, ২ হে মনুষ্য-সন্তান, তুমি বিদ্রোহী বংশর মাজত বাস করিছা; দেখিবলৈ চকু থকাতো সিবিলাকে নেদেখে, শুনিবলৈ কাণ থকাতো সিবিলাকে নুশুনে; কিয়নো সিবিলাক বিদ্রোহী বংশ। ৩ এই হেতুকে হে মনুষ্য-সন্তান, তুমি নিজর নিমিত্তে দেশান্তরর সামগ্রী যুগুত করা, আরু দিনতে সিবিলাকর চকুর আগতে দেশান্তরলৈ প্রস্থান করা; তুমি সিবিলাকর চকুর আগতে আপোন ঠাইর পরা আন ঠাইলৈ যোৱা; সিবিলাক বিদ্রোহী বংশ হলেও কিজানি বিবেচনা করিব। ৪ তুমি দিনতে সিবিলাকর চকুর আগতে দেশান্তরর সামগ্রীর নিচিনাকৈ তোমার সামগ্রী বাহির করি নিবা, আরু দেশান্তরলৈ ওলোৱা লোকর নিচিনাকৈ তুমি সিবিলাকর চকুর আগতে গধূলি নিজে ওলাবা। ৫ তুমি সিবিলাকর চকুর আগতে গড় খানি তার মাজেদি সামগ্রী উলিয়াবা। ৬ সিবিলাকর চকুর আগতে তুমি তাক কান্ধত তুলি আন্ধারত বাহিরলৈ লৈ যাবা; তুমি ভূমি নেদেখিবর নিমিত্তে তোমার মুখ ঢাকিবা; কিয়নো ময় ইস্রায়েল-বংশর নিমিত্তে এক চিনস্বরূপে তোমাক স্থাপন করিলোঁ। ৭ তাতে ময় আজ্ঞামতে কাম করিলোঁ; ময় দিনতে দেশান্তরর সামগ্রীর নিচিনাকৈ মোর সামগ্রী উলিয়াই নিলোঁ, আরু গধূলি মোর হাতেরেই গড় খানিলোঁ; ময় আন্ধারত তাক উলিয়াই সিবিলাকর চকুর আগতে কান্ধত লৈ গলোঁ। ৮ পাছে রাতিপুৱাতে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, ৯ হে মনুষ্য-সন্তান, তুমি কি করিছা? এই বুলি বিদ্রোহী বংশ ইস্রায়েল-বংশই তোমাক জানো কোৱা নাই? ১০ তুমি সিবিলাকক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে। এই ভাবে যিরূচালেমত থকা অধিপতিজনক, আরু তার মাজত থকা ইস্রায়েলর আটাই বংশক বুজায়। ১১ তুমি কোৱা, ময় তোমালোকর পক্ষে চিনস্বরূপ; ময় করা নিচিনাকৈ সিবিলাকলৈ করা হব; সিবিলাক দেশান্তরলৈ বন্দী-অবস্থালৈ যাব। ১২ আরু সিবিলাকর মাজত থকা অধিপতিজনে আপোন কান্ধত বোজা লৈ আন্ধারত ওলাই যাব; সিবিলাকে সামগ্রী উলিয়াবর নিমিত্তে গড় খানিব; তেওঁ আপোনার মুখ ঢাকিব, কারণ তেওঁ চকুরে ভূমি নেদেখিব। ১৩ মোর জালো ময় তেওঁর ওপরত মেলিম, তেওঁ মোর ফান্দত পড়িব; আরু ময় তেওঁক কল্‌দীয়াবিলাকর দেশলৈ বাবিললৈ নিম; তথাপি তেওঁ তাক নেদেখিব, অথচ তেওঁ তাতেই মরিব। ১৪ আরু তেওঁর চারিওফালে থকা তেওঁর আটাই সহায়কারীক আরু তেওঁর সকলো সৈন্যক ময় আটাই বায়ুত উড়ুৱাই দিম; আরু ময় ফাঁকর পরা তরোৱাল উলিয়াই সিবিলাকর পাছে পাছে খেদি যাম। ১৫ যেতিয়া ময় সিবিলাকক জাতিবিলাকর মাজত ছিন্নভিন্ন করিম, আরু দেশবোরর মাজত সিবিলাকক গোট গোট করিম, তেতিয়া, ময় যে যিহোৱা, তাক সিবিলাকে জানিব। ১৬ কিন্তু সিবিলাক যি জাতিবিলাকর মাজলৈ যাব, সেই জাতিবিলাকর মাজত সিবিলাকে আপোনাবিলাকর ঘিণলগীয়া কার্য্য প্রকাশ করিবর নিমিত্তে, তরোৱালর পরা, আকালর পরা, আরু মহামারীর পরা সিবিলাকর কেত্‌বিলাক লোকক ময় অবশিষ্ট রাখিম; তাতে, ময় যে যিহোৱা, তাক সিবিলাকে জানিব।

১৭ পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, ১৮ হে মনুষ্য-সন্তান, তুমি কঁপি কঁপি আপোনার আহার ভোজন করা, কম্পন আরু সাৱধানেরে আপোনার জল পান করা; ১৯ আরু তুমি দেশর লোকবিলাকক কোৱা, ইস্রায়েল দেশত থকা যিরূচালেম-নিবাসীবিলাকর বিষয়ে প্রভু যিহোৱাই এই কথা কৈছে, তার নিবাসী আটাইবোরর অত্যাচারর কারণে তাত থকা সকলো নষ্ট হৈ সিবিলাকর দেশ উচ্ছন্ন হবর নিমিত্তে, সিবিলাকে সাৱধানেরে আপোনাবিলাকর আহার ভোজন করিব, আরু বিস্ময়েরে

আপোনাবিলাকর জল পান করিব। [২০] আরু বাস করা নগরবোর উচ্ছন্ন করা হব, আরু দেশ ধ্বংসস্থান হব; তাতে, মই যে যিহোৱা, তাক তোমালোকে জানিবা।

[২১] পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২২] হে মনুষ্য-সন্তান, "দিন পলম হৈছে, প্রত্যেক দর্শন বিফল হৈছে," ইস্রায়েল দেশত প্রচলিত হোৱা তোমালোকর এইটো কি কথা? [২৩] এই হেতুকে সিবিলাকক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, মই এই প্রচলিত কথা লুপ্ত করিম, আরু ই ইস্রায়েলর মাজত আরু নচলিব; কিন্তু সিবিলাকক কোৱা, দিন আরু প্রত্যেক দর্শনর সফলতা ওচর। [২৪] কিয়নো ইস্রায়েল-বংশর ভিতরত অনর্থক দর্শন, বা মানুহে ভাল পোৱা মঙ্গল চোৱা কথা আরু নহব। [২৫] কারণ ময়েই যিহোৱা; মই কম, আরু মই কোৱা বাক্য সিদ্ধ হব; তাক আরু আগলৈ থোৱা নহব; কিয়নো হে বিদ্রোহী বংশ, প্রভু যিহোৱাই কৈছে, তোমালোকর দিনতেই মই বাক্য কম, আরু তাক সিদ্ধও করিম।

[২৬] আকৌ যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২৭] হে মনুষ্য-সন্তান, দেখা, ইস্রায়েল-বংশই কয়, তেওঁ পোৱা দর্শনর কথা ঘটিবলৈ বহুদিন আছে; তেওঁ অতি দীর্ঘকালর বিষয়ে ভাববাণী প্রচার করে। [২৮] এই হেতুকে তুমি সিবিলাকক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, মোর বাক্যর কোনোটোৱেই ফলিয়াবলৈ পলম নহব; কিন্তু মই যি বাক্য কম, সেয়ে সিদ্ধ হব, এয়ে প্রভু যিহোৱার বচন।

ইস্রায়েলর মিছা ভাববাদী আরু ভাববাদিনী-
বোরর বিরুদ্ধে কোৱা ভাববাণী।

**১৩** পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, ভাববাণী প্রচার করোঁতা ইস্রায়েলর ভাববাদীবোরর বিরুদ্ধে ভাববাণী প্রচার করা, আরু আপোন আপোন হৃদয়র পরা ভাববাণী প্রচার করোঁতা-বোরক কোৱা, তোমালোকে যিহোৱার বাক্য শুনা; [৩] প্রভু যিহোৱাই এই কথা কৈছে, আপোন আপোন আত্মার আরু নোপোৱা দর্শনর অনুগামী হোৱা মূর্খ ভাববাদীবোরর সন্তাপ হব। [৪] হে ইস্রায়েল, তোমার ভাববাদী-বোর উচ্ছন্ন ঠাইর শিয়ালর নিচিনা। [৫] যিহো-ৱার যুদ্ধর দিনা থিরে থাকিবলৈ, তোমালোকে গড়র ভঙা বাটত উঠা নাই, বা ইস্রায়েল-বংশর চারিওফালে গড় নির্ম্মাণ করা নাই। [৬] যিহো-ৱাই নপঠোৱাকৈয়ে যিহোৱাই কৈছে বুলি কওঁতাবোরে অনর্থক দর্শন পায়, মিছা মঙ্গল চায়, আরু বাক্য সিদ্ধ হব বুলি বাট চাই থাকে। [৭] তোমালোকে জানো অনর্থক দর্শন পোৱা নাই? আরু মিছা মঙ্গলর কথা জানো কোৱা নাই? তথাপি, মই নোকোৱাকৈয়ে যিহো-ৱাই কৈছে বুলি তোমালোকে কোৱা।

[৮] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, তোমালোকে অনর্থক বাক্য কৈছা, আরু মিছা দর্শন পাইছা; এই কারণে, প্রভু যিহো-ৱাই কৈছে, দেখা, মই তোমালোকর বিপক্ষ। [৯] মোর হাত, অনর্থক দর্শন পোৱা আরু মিছা মঙ্গল চোৱা ভাববাদীবোরর বিপক্ষ হব; সিহঁত মোর প্রজাবিলাকর সভাত নেথাকিব, বা ইস্রায়েল-বংশর নামর তালিকাত সিহঁতর নাম লিখা নহব, বা সিহঁত ইস্রায়েল দেশত নোসো-মাব; তাতে, মই যে প্রভু যিহোৱা, তাক তোমালোকে জানিবা। [১০] শান্তি নোহোৱাকৈয়ে সিহঁতে শান্তি বুলি কৈ মোর প্রজাবিলাকক ভুলায়; আরু যেতিয়া কোনোৱে দেৱাল সাজে, তেতিয়া সিহঁতে তাক চুণেরে লিপে। [১১] এই হেতুকে চুণেরে লিপাবোরক তুমি কোৱা, ই পড়িব; প্লাবন করোঁতা মহাবৃষ্টি আহিব; হে বৃষ্টির মহাশিলবিলাক, তোমালোক পড়িবা; আরু ধুমুহা বতাহে তাক ভাঙিব। [১২] দেখা, যেতিয়া দেৱাল পড়িব, তেতিয়া, তোমালোকে যি লেও দিলা, সেই লেও ক'ত? এই বুলি তোমালোকক কোৱা নেযাব নে? [১৩] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, মই আপোন ক্রোধত ধুমুহা বতাহেরে তাক ভাঙিম, প্লাবন করোঁতা মহাবৃষ্টি মোর কোপত আহিব, আরু মোর ক্রোধত নষ্ট করিবলৈ মহাশিলাবৃষ্টি হব। [১৪] এই দরে, তোমালোকে চুণেরে লিপা দেৱাল মই ভাঙিম, আরু ভিত্তিমূল ওলাই পড়াকৈ মই তাক মাটিরে সমান করিম; সেয়ে

পড়িব, আৰু তোমালোক তাৰ মাজত বিনষ্ট হবা; তাতে, ময় যে যিহোৱা, তাক তোমালোকে জানিবা। [১৫] মোৰ ক্ৰোধ দেৱালৰ ওপৰত, আৰু চূণেৰে লিপাবোৰৰো ওপৰত ময় এই দৰে সিদ্ধ কৰিম; আৰু ময় তোমালোকক কম, সেই দেৱাল আৰু নাই, আৰু তাক লিপাবোৰো, [১৬] অৰ্থাৎ যিৰূচালেমৰ বিষয়ে ভাববাণী প্ৰচাৰ কৰা, আৰু শান্তি নথকাতো তাৰ নিমিত্তে শান্তিৰ দৰ্শন পোৱা ইস্ৰায়েলৰ ভাববাদীবোৰো নাই, ইয়াক প্ৰভু যিহোৱাই কৈছে।

[১৭] আৰু হে মনুষ্য-সন্তান, তোমাৰ জাতিৰ যি জীয়াৰীবোৰে আপোন আপোন হৃদয়ৰ পৰা ভাববাণী প্ৰচাৰ কৰে, সিহঁতৰ অহিতে তুমি মুখ কৰা, আৰু সিহঁতৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰি কোৱা, [১৮] প্ৰভু যিহোৱাই এই কথা কৈছে, লোকৰ প্ৰাণ মৃগয়া কৰিবলৈ, আটাইবোৰ কিলাকুটিত গাঁৰু সিয়াই দিওঁতা, আৰু ওখ অনুসাৰে প্ৰত্যেকৰ মূৰৰ নিমিত্তে ওৰণি তৈয়াৰ কৰোঁতা তিৰুতাবোৰৰ সন্তাপ হব; তোমালোকে মোৰ প্ৰজাবিলাকৰ প্ৰাণ মৃগয়া কৰি আপোনাবিলাকৰ নিমিত্তে প্ৰাণবোৰ জীয়াই ৰাখিবা নে? [১৯] মিছা কথালৈ কাণ দিওঁতা মোৰ প্ৰজাবিলাকৰ আগত তোমালোকে মিছা কথা কৈ, মৰিব নলগাবিলাকৰ প্ৰাণ বধ কৰিবলৈ, আৰু জীয়াই থাকিব নলগাবিলাকৰ প্ৰাণ জীয়াই ৰাখিবলৈ কেইথামোচমান যবৰ, আৰু কেইডোখৰমান পিঠাৰ নিমিত্তে মোৰ প্ৰজাবিলাকৰ মাজত মোক অপবিত্ৰ কৰিলা। [২০] এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, যি গাঁৰুবোৰেৰে পক্ষী-চিকাৰৰ নিচিনাকৈ তোমালোকে প্ৰাণবোৰ মৃগয়া কৰা, তোমালোকৰ সেই গাঁৰুবোৰৰ ময় বিপক্ষ, আৰু ময় তোমালোকৰ বাহুৰ পৰা সেইবোৰ ছিঙি পেলাম, আৰু পক্ষী-চিকাৰৰ নিচিনাকৈ তোমালোকে মৃগয়া কৰা প্ৰাণবোৰ এৰি দিম। [২১] ময় তোমালোকৰ ওৰণিও ফালিম, আৰু তোমালোকৰ হাতৰ পৰা মোৰ প্ৰজাবিলাকক উদ্ধাৰ কৰিম, মৃগয়া কৰিবলৈ তোমালোকৰ হাতত সিবিলাক আৰু নেথাকিব; তাতে, ময় যে যিহোৱা, তাক তোমালোকে জানিবা। [২২] ময় দুঃখ নিদিয়া ধাৰ্ম্মিকবিলাকৰ হৃদয়ত তোমালোকে মিছা কথাৰে দুঃখ দিয়াৰ কাৰণে, আৰু দুষ্টই আপোন প্ৰাণ জীয়াই ৰাখিবলৈ আপোন কুপথৰ পৰা মুঘুৰিবৰ নিমিত্তে সেই দুষ্টৰ হাত সবল কৰাৰ কাৰণে, [২৩] তোমালোকে অনৰ্থক দৰ্শন আৰু নেদেখিবা, আৰু মঙ্গল চাবলৈ নেপাবা; কিন্তু ময় তোমালোকৰ হাতৰ পৰা মোৰ প্ৰজাবিলাকক উদ্ধাৰ কৰিম; তাতে, ময় যে যিহোৱা, তাক তোমালোকে জানিবা।

### যিহোৱাক সোধা দেৱপূজকবোৰৰ বিষয়।

**১৪** পাছে ইস্ৰায়েলৰ বৃদ্ধবিলাকৰ মাজত জনদিয়েক পুৰুষ মোৰ ওচৰলৈ আহি মোৰ আগত বহিলত, [২] যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [৩] হে মনুষ্য-সন্তান, এই মানুহবিলাকে আপোন আপোন মূৰ্ত্তিক হৃদয়ত ঠাই দিছে, আৰু নিজৰ নিজৰ সন্মুখত নিজৰ নিজৰ অপৰাধ জন্মাওঁতা বিঘিনি ৰাখিছে; ময় জানো সিবিলাকক কোনোমতে মোক সুধিবলৈ দিম? [৪] এই নিমিত্তে তুমি সিবিলাকক এই বুলি কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, ইস্ৰায়েল-বংশৰ যি কোনো মানুহে আপোন মূৰ্ত্তিবোৰক হৃদয়ত ঠাই দিব, আৰু আপোনাৰ সন্মুখত আপোনাৰ অপৰাধ জন্মাওঁতা বিঘিনি ৰাখিব, আৰু কোনো এজন ভাববাদীৰ ওচৰলৈ আহিব, [৫] ইস্ৰায়েলৰ গোটেই বংশ সিবিলাকৰ মূৰ্ত্তিবোৰৰ দ্বাৰায় মোৰ পৰা আঁতৰ হোৱাৰ কাৰণে ময় সিবিলাকৰ আপোন আপোন হৃদয়ৰূপ ফান্দত সিবিলাকক ধৰিবৰ নিমিত্তে, সেই অহা মানুহৰ মূৰ্ত্তিবোৰৰ বাহুল্য অনুসাৰে ময় যিহোৱাই নিজেই তাক উত্তৰ দিম। [৬] এই হেতুকে তুমি ইস্ৰায়েল-বংশক কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, তোমালোক ওলোটা, তোমালোকৰ মূৰ্ত্তিবোৰৰ পৰা ঘুৰা, আৰু তোমালোকৰ আটাই ঘিণলগীয়া বস্তুলৈ পিঠি দিয়া। [৭] কিয়নো, ইস্ৰায়েল-বংশৰ মাজত, আৰু ইস্ৰায়েলত প্ৰবাস কৰা বিদেশীবোৰৰ মাজত যি কোনোৱে মোৰ পৰা আপোনাকে পৃথক কৰিব, আপোনাৰ মূৰ্ত্তিবোৰক হৃদয়ত ঠাই দিব, আৰু আপোনাৰ সন্মুখত আপোনাৰ অপৰাধ জন্মাওঁতা

বিঘিনি ৰাখিব, আৰু নিজৰ নিমিত্তে মোক সুধিবলৈ কোনো এজন ভাববাদীৰ ওচৰলৈ আহিব, ময় যিহোৱাই নিজেই তাক উত্তৰ দিম। [৮]আৰু ময় সেই মানুহৰ বিৰুদ্ধে মুখ কৰি চিন আৰু দৃষ্টান্ত হবলৈ তাক আশ্চৰিতৰ বিষয় কৰিম, আৰু মোৰ প্ৰজাবিলাকৰ মাজৰ পৰা তাক উচ্ছন্ন কৰিম; তাতে, ময় যে যিহোৱা, তাক তোমালোকে জানিবা। [৯]আৰু যদি কোনো ভাববাদীয়ে ভ্ৰান্ত হৈ কোনো বাক্য কয়, তেন্তে ময় যিহোৱায়েই সেই ভাববাদীক ভ্ৰান্ত কৰিলোঁ, আৰু ময় তাৰ ওপৰলৈ হাত মেলি মোৰ প্ৰজা ইস্ৰায়েলৰ মাজৰ পৰা তাক উচ্ছন্ন কৰিম। [১০]এই ৰূপে সিবিলাকে আপোন আপোন অপৰাধৰ দণ্ড ভুগিব। ভাববাদীৰ গুৰিলৈ যোৱাটোৰ অপৰাধ আৰু ভাববাদীৰ অপৰাধ দুয়ো সমান হব; [১১]ইয়াৰ অভিপ্ৰায় এই, যেন ইস্ৰায়েল-বংশই মোৰ পৰা বিপথে নেযায়, আৰু আপোনাবিলাকৰ অপৰাধবোৰৰ কোনো অপৰাধেৰে আপোনাবিলাকক আৰু অশুচি নকৰে, কিন্তু সিবিলাক যেন মোৰ প্ৰজা হয়, আৰু ময় সিবিলাকৰ ঈশ্বৰ হওঁ, ইয়াক প্ৰভু যিহোৱাই কৈছে।

[১২]পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [১৩]হে মনুষ্য-সন্তান, যদি এখন দেশে সত্যলঙ্ঘন কৰি মোৰ বিৰুদ্ধে পাপ কৰে, আৰু ময় তাৰ অহিতে মোৰ হাত মেলি তাৰ অন্নৰূপ লাখুটি ভাঙো, আৰু তালৈ আকাল পঠাই তাৰ পৰা মানুহ আৰু পশু সকলোকে উচ্ছন্ন কৰোঁ, [১৪]তেন্তে নোহ, দানিয়েল, আৰু ইয়োব, এই তিনি জন লোক তাত থাকিলেও, তেওঁবিলাকে আপোন আপোন ধাৰ্ম্মিকতাৰ দ্বাৰায় কেৱল আপোন আপোন প্ৰাণহে ৰক্ষা কৰিব, এয়ে প্ৰভু যিহোৱাৰ বচন। [১৫]বা যদি ময় সেই দেশৰ সকলো ফাললৈ হিংসক জন্তু পঠাই দিওঁ, আৰু সেইবোৰে তাক সন্তানহীন কৰে, আৰু সেই জন্তুবোৰৰ কাৰণে কোনো মানুহ তাৰ মাজেদি যাব নোৱাৰাকৈ সেয়ে উচ্ছন্ন হয়, [১৬]তেন্তে সেই তিনি জন লোক তাত থাকিলেও, প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, তেওঁবিলাকে পো বা জীহঁতক উদ্ধাৰ নকৰিব, কেৱল আপোনাবিলাকেইহে ৰক্ষা পাব, কিন্তু দেশ হলে উচ্ছন্ন হব। [১৭]বা যদি ময় সেই দেশৰ বিৰুদ্ধে এখন তৰোৱাল আনি, হে তৰোৱাল, দেশৰ মাজেদি যা, এই বুলি কৈ ময় তাৰ পৰা মানুহ আৰু পশু সকলোকে উচ্ছন্ন কৰোঁ, [১৮]তেন্তে সেই তিনি জন লোক তাত থাকিলেও, প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, তেওঁবিলাকে পো বা জীহঁতক উদ্ধাৰ নকৰিব, কেৱল আপোনাবিলাকেইহে ৰক্ষা পাব। [১৯]বা যদি ময় সেই দেশলৈ এক মহামাৰী পঠাওঁ, আৰু তাৰ পৰা মানুহ আৰু পশু সকলোকে উচ্ছন্ন কৰিবলৈ তাৰ ওপৰত মোৰ ক্ৰোধ বৰষাই তেজ বোৱাওঁ, [২০]তেন্তে নোহ, দানিয়েল, আৰু ইয়োব তাত থাকিলেও, প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, তেওঁবিলাকে পো কি জীক উদ্ধাৰ নকৰিব, আপোন আপোন ধাৰ্ম্মিকতাৰ দ্বাৰায় কেৱল আপোন আপোন প্ৰাণহে ৰক্ষা কৰিব। [২১]কিয়নো প্ৰভু যিহোৱাই এই কথা কৈছে, সেই দেশৰ পৰা মানুহ আৰু পশু সকলোকে উচ্ছন্ন কৰিবলৈ ময় যেতিয়া তৰোৱাল, আকাল, হিংসক জন্তু, আৰু মহামাৰী, মোৰ এই চাৰিওটা মহা-আপদ যিৰূচালেমৰ বিৰুদ্ধে পঠাম, তেতিয়া আৰু কিমান অসাধ্য হব! [২২]তথাপি দেখা, তাৰ মাজত ৰক্ষা পোৱা কেতবিলাক পুতেক আৰু জীয়েকক বাহিৰলৈ অনা যাব; দেখা, সিবিলাক তোমালোকৰ ওচৰলৈ ওলাই আহিব, আৰু তোমালোকে সিবিলাকৰ আচাৰ-ব্যৱহাৰ আৰু সিবিলাকৰ কাৰ্য্য দেখিবলৈ পাবা; তাতে যিৰূচালেমলৈ ময় ঘটোৱা অমঙ্গলৰ বিষয়ে, তালৈ ময় ঘটোৱা সকলোৰে বিষয়ে তোমালোকে সান্ত্বনা পাবা। [২৩]তোমালোকে সিবিলাকৰ আচাৰ-ব্যৱহাৰ আৰু কাৰ্য্য দেখিলে, সিবিলাকে তোমালোকক সান্ত্বনা দিব; কিয়নো তোমালোকে বুজিবা, যে, ময় তাৰ মাজত কৰা একোকে বিনাকাৰণে কৰা নাই, এয়ে প্ৰভু যিহোৱাৰ বাক্য।

### দ্ৰাক্ষালতাৰ কাঠৰ উপমা।

**১৫** পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [২]হে মনুষ্য-সন্তান, দ্ৰাক্ষালতাৰ কাঠ, কাঠনিৰ গছবোৰৰ মাজৰ দ্ৰাক্ষালতাৰ

ডাল আন সকলো গছর কাঠতকৈ কিহত শ্ৰেষ্ঠ? ³ কোনো কাৰ্য্য করিবলৈ মানুহে জানো তার পরা কাঠ লব? বা কোনো পাত্র আরি থবলৈ জানো তার পরা এটী খুঁটি আনিব? ⁴ দেখা, তাক পুরিবলৈ জুইত দিয়ার পাছত জুয়ে তার দুই মূর ভস্ম করিলে আরু তার মাজ ভাগ ডেই গলে সেয়ে জানো কোনো কার্য্যর যোগ্য হব? ⁵ দেখা, সেয়ে সম্পূর্ণ থাকোঁতেও কোনো কার্য্যর উপযুক্ত নহয়; তেন্তে জুয়ে তাক ভস্ম করিলে আরু সেয়ে ডেই গলে কোনো কামর নিমিত্তে সেয়ে আরু কিমান কম উপযুক্ত হব! ⁶ এই হেতুকে প্রভু যিহোবাই এই কথা কৈছে, কাঠনির গছবোরর মাজর দ্রাক্ষালতাক যেনেকৈ লোকে পুরিবলৈ জুইত দিয়ে, তেনেকৈ ময় যিরূচালেম-নিবাসীবিলাককো করিম। ⁷ ময় সিবিলাকর বিরুদ্ধে মুখ করিম; সিবিলাক জুইর পরা ওলাই যাব, কিন্তু আন জুয়ে সিবিলাকক ভস্ম করিব; আরু যেতিয়া ময় সিবিলাকর বিরুদ্ধে মুখ করিম, তেতিয়া, ময় যে যিহোবা, তাক তোমালোকে জানিবা। ⁸ আরু সিবিলাকে সত্যলঙ্ঘন করা বাবে, ময় দেশ উচ্ছন্ন করিম, ইয়াক যিহোবাই কৈছে।

যিরূচালেমক অসতী তিরূতার লগত তুলনা করা।

১৬ পুনরায় যিহোবার বাক্য মোর ওচরলৈ আহিল, বোলে, ² হে মনুষ্য-সন্তান, তুমি যিরূচালেমক তাইর নিজর ঘিণলগীয়া কাৰ্য্যবোর বুজুউবা, আরু কোবা, ³ প্রভু যিহোবাই যিরূচালেমক কৈছে, তোমার উৎপত্তি আরু জন্মর ঠাই কনানীয়াবিলাকর দেশ; তোমার বাপেরা ইমোরীয়া, আরু তোমার মারা হিত্তীয়া আছিল। ⁴ তোমার জন্মবৃত্তান্ত এই, তোমার জন্মদিনা তোমার নাড়ী কটা নাছিল, বা তোমাক পরিষ্কার করিবলৈ তোমাক পানীত ধুউবা নাছিল, তোমাক সমূলি লোণ ঘঁহা কি কাপরেরে মেরোবা নাছিল। ⁵ তোমাক দয়া করি তোমালৈ এইবোরর কোনো এটাকে করিবর অর্থে তোমালৈ কোনেও কৃপাদৃষ্টি নকরিছিল; কিন্তু তোমার জন্মদিনা, তোমার গা ঘিণলগীয়া হোবার কারণে তোমাক মুকলি পথারত পেলাই দিয়া হৈছিল। ⁶ সেই কালত ময় তোমার ওচরেদি গৈ তোমার তেজত তোমাক ধরফরোবা দেখি তোমাক কলোঁ, যে, যদিও তুমি আপোন তেজত পড়ি আছা, তথাপি জীয়াই থাকা, হয়, ময় তোমাক কলোঁ, যে, যদিও তুমি আপোন তেজত পড়ি আছা, তথাপি জীয়াই থাকা। ⁷ পাছে পথারত গজা তৃণর নিচিনাকৈ ময় তোমাক অধিক্কৈ বঢ়ালোঁ, আরু তুমি বাঢ়ি ডাঙর-দীঘল হলা, আরু অতি সুন্দরী হলা; তোমার স্তন পূর্ণ হল, আরু কেশ দীর্ঘ হল; তথাপি তুমি বিবস্ত্রা আরু উলঙ্গিনী আছিলা। ⁸ তেতিয়া ময় তোমার ওচরেদি গৈ তোমাক দেখিলোঁ, দেখা, তোমার সময় প্রেমর সময়; এই নিমিত্তে ময় তোমার ওপরত মোর বস্ত্রর আঁচল মেলি দি তোমার উলঙ্গতা ঢাকিলোঁ; আরু প্রভু যিহোবাই কৈছে, ময় তোমার আগত শপথ করি তোমারে সৈতে এটী নিয়ম বান্ধিলোঁ, তাতে তুমি মোর হলা। ⁹ পাছে ময় তোমাক পানীরে ধুলোঁ, এনে কি, তোমার গার পরা তোমার তেজ সম্পূর্ণকৈ ধুই তেল ঘঁহিলোঁ। ¹⁰ ময় তোমাক কার্চেফি বন করা কাপরো পিন্ধালোঁ, তোমার ভরিত তহচ জন্তুর চালর জোতা দিলোঁ, তোমার কঁকালত মিহি শণ সূতার টঙালি বান্ধিলোঁ, আরু তোমাক পাটর বস্ত্রেরে বিভূষিতা করিলোঁ। ¹¹ ময় তোমাক অলঙ্কারেরেও সজালোঁ, তোমার হাতত খারু, আরু ডিঙিত হার দিলোঁ। ¹² ময় তোমার নাকত নথ, কাণত কুণ্ডল, আরু তোমার মূরত সুন্দর কিরীটি দিলোঁ। ¹³ এই দরে সোণ আরু রূপেরে তোমাক সজোবা হল; তোমার বস্ত্র মিহি শণ সূতার, পাটর, আরু কার্চেফি বন করা; তুমি মিহি আটা, মৌ, আরু তেল খাইছিলা; তুমি অতি সুন্দরী হৈ উন্নতি-লাভ করি রাণীপদ পালা। ¹⁴ আরু তোমার সৌন্দর্য্যর কারণে তোমার যশস্যা জাতিবিলাকর মাজত ব্যাপিল; কিয়নো, প্রভু যিহোবাই কৈছে, ময় তোমার ওপরত স্থাপন করা মোর শ্রীর নিমিত্তে তোমার সৌন্দর্য্য সম্পূর্ণ হল।

¹⁵ কিন্তু তুমি আপোন সৌন্দর্য্যত নির্ভর করি আপোনার যশস্যার কারণে বেশ্যাবৃত্তি ধরিলা, আরু প্রত্যেক বাটরুবার লগত অধিক পরিমাণে বেশ্যাকর্ম্ম করিলা; তারহে ভোগ হল।

[১৬]আৰু তুমি আপোনাৰ কেইখনমান কাপৰ লৈ, তাৰে আপোনাৰ নিমিত্তে চিত্ৰবিচিত্ৰ ওখ ঠাই কৰি তাৰ ওপৰত বেশ্যাকৰ্ম্ম কৰিলা; এনে কথা হোৱা নাই, আৰু নহবও। [১৭]ময় তোমাক দিয়া মোৰ সোণ আৰু ৰূপেৰে কৰা তোমাৰ সুন্দৰ অলঙ্কাৰ তুমি লৈ, তোমাৰ নিমিত্তে তাৰে পুৰুষাকৃতিৰ মূৰ্ত্তি কৰি সেইবোৰে সৈতে বেশ্যা-কৰ্ম্ম কৰিলা। [১৮]আৰু তুমি আপোনাৰ কাৰ্চেকি বন কৰা কাপৰ লৈ তাৰে সেইবোৰ ঢাকিলা, আৰু সেইবোৰৰ আগত মোৰ তেল আৰু ধূপ থলা। [১৯]প্ৰভু যিহোৱাই কৈছে, ময় তোমাক দিয়া মোৰ আহাৰ, ময় তোমাক খাবলৈ দিয়া মিহি আটা, তেল, আৰু মৌ তুমি সুঘ্ৰাণৰ অৰ্থে সেইবোৰৰ আগত থলা, আৰু সেই দৰেই হল। [২০]ইয়াৰ বাহিৰে, তুমি মোলৈ জন্মোৱা তোমাৰ লৰা-ছোৱালীবিলাক লৈ, গ্ৰাস কৰিবৰ নিমিত্তে সেইবোৰৰ আগত বলিস্বৰূপে দিলা; তোমাৰ বেশ্যাকৰ্ম্মবোৰ সামান্য বিষয় আছিল নে, [২১]যে তুমি মোৰ সন্তানবিলাকক বধ কৰিলা, আৰু সেইবোৰৰ উদ্দেশে সিহঁতক জুইৰ মাজেদি গমন কৰাই উৎসৰ্গ কৰিলা? [২২]তোমাৰ আটাই ঘিণলগীয়া কাৰ্য্যত আৰু বেশ্যা-কৰ্ম্মত তুমি আসক্ত থকাত, বিবস্ত্ৰা আৰু উলঙ্গিনী হোৱা আৰু তোমাৰ তেজত ধৰফৰোৱা তোমাৰ সেই যৌবন-কালৰ দিন তুমি সোঁৱৰণ নকৰিলা। [২৩]আৰু তোমাৰ আটাই দুষ্টতাৰ পাছত; ( প্ৰভু যিহোৱাই কৈছে, তোমাৰ সন্তাপ হব, তোমাৰ সন্তাপ হব, ) [২৪]তুমি আপোনাৰ নিমিত্তে এক বেশ্যালয় সাজিলা, আৰু প্ৰত্যেক চকত আপোনাৰ নিমিত্তে এডোখৰ ওখ ঠাই কৰিলা। [২৫]তুমি প্ৰত্যেক আলিৰ মূৰত তোমাৰ ওখ ঠাই সাজি তোমাৰ সৌন্দৰ্য্য ঘৃণাৰ বিষয় কৰিলা, প্ৰত্যেক বাটৰুৱালৈ তোমাৰ ভৰি দুখন মেলি দিলা, আৰু তোমাৰ বেশ্যালি অধিককৈ বঢ়ালা। [২৬]তোমাৰ ওচৰ-চুবুৰীয়া স্থূলকায় মিচৰীয়াবিলাকৰ লগতো তুমি বেশ্যাকৰ্ম্ম কৰিলা; আৰু তুমি মোক বেজাৰ দিবলৈ তোমাৰ বেশ্যালি অধিককৈ বঢ়ালা। [২৭]এই হেতুকে দেখা, ময় তোমাৰ ওপৰলৈ মোৰ হাত মেলি তোমাৰ দৈনিক খোৰাক কমালোঁ, আৰু তোমাৰ বেশ্যাচাৰৰ নিমিত্তে লাজ পোৱা, তোমাক ঘিণ কৰা পলেষ্টীয়াহঁতৰ জীয়াৰীবোৰৰ ইচ্ছাত তোমাক সমৰ্পণ কৰিলোঁ। [২৮]তুমি তৃপ্ত নোহোৱাত অচূৰীয়াহঁতে সৈতেও বেশ্যাকৰ্ম্ম কৰিলা; এনে কি, তুমি সিহঁতৰ লগত বেশ্যাকৰ্ম্ম কৰিও তৃপ্ত নহলা। [২৯]তুমি বাণিজ্যদেশ কল্‌দিয়ালৈকে তোমাৰ বেশ্যালি বঢ়ালা; তথাপি তুমি তাৰেও তৃপ্ত নহলা। [৩০]প্ৰভু যিহোৱাই কৈছে, তোমাৰ অন্তৰ কেনে কামাতুৰ! কাৰণ তুমি স্বেচ্ছাচাৰিণী বেশ্যা তিৰুতাৰ দৰে এই আটাইবোৰ কাৰ্য্য কৰিছা; [৩১]তুমি প্ৰত্যেক আলিৰ মূৰত তোমাৰ বেশ্যালয় সাজিছা, প্ৰত্যেক চকত তোমাৰ ওখ ঠাই নিৰ্ম্মাণ কৰিছা, আৰু তুমি বেশ্যাকৰ্ম্মৰ বেচ তুচ্ছ কৰাত বেশ্যাৰ নিচিনা নোহোৱা। [৩২]তুমি ব্যভিচাৰিণী, আপোন পতিৰ সলনি পৰক গ্ৰহণ কৰোঁতা ঘৈণী। [৩৩]আটাই বেশ্যাক লোকে ধন দিয়ে; কিন্তু তোমাৰ আটাই প্ৰেমকাৰীক তুমিহে ধন দিয়া, আৰু তোমাৰ লগত বেশ্যাকৰ্ম্ম কৰিবলৈ, চাৰিওফালৰ পৰা তোমাৰ প্ৰেমকাৰীবোৰ আহিবৰ নিমিত্তে সিহঁতক ভেঁটি দিয়া। [৩৪]বেশ্যা-কৰ্ম্ম কৰিবলৈ কোনেও তোমাৰ পাছে পাছে নেযায়, তোমাৰ বেশ্যাকৰ্ম্মৰ এই কথাত আন তিৰুতাতকৈ তুমি বিপৰীত; তুমি বেচ দিয়া, কিন্তু তোমাক কোনেও বেচ নিদিয়ে, এই দেখি তুমি বিপৰীত।

[৩৫]এই হেতুকে হে বেশ্যা, যিহোৱাৰ বাক্য শুনা; [৩৬]প্ৰভু যিহোৱাই এই কথা কৈছে, তুমি প্ৰচুৰ পৰিমাণে অশুচি কাৰ্য্য কৰা বাবে, আৰু তোমাৰ প্ৰেমকাৰীবোৰৰ লগত কৰা তোমাৰ বেশ্যাকৰ্ম্মৰ দ্বাৰায় তোমাৰ উলঙ্গতা প্ৰকাশ পোৱা বাবে, আৰু তোমাৰ ঘিণলগীয়া আটাই মূৰ্ত্তিবোৰৰ, আৰু তুমি সেইবোৰৰ আগত দিয়া তোমাৰ সন্তানবিলাকৰ ৰক্তপাতৰ কাৰণে, দেখা, [৩৭]তুমি যিবোৰৰ লগত আমোদ-প্ৰমোদ কৰিলা, তোমাৰ সেই আটাই প্ৰেমকাৰীক, আৰু তুমি প্ৰেম কৰা ও ঘিণ কৰা আটাইকে ময় গোটাম; ময় তোমাৰ বিৰুদ্ধে চাৰিওফালৰ পৰাই সিহঁতক গোটাম, আৰু সিহঁতে তোমাৰ সমস্ত উলঙ্গতা দেখিবলৈ সিহঁতৰ আগত তোমাৰ উলঙ্গতা প্ৰকাশ কৰিম। [৩৮]আৰু সতীত্বলঙ্ঘন কৰা ও ৰক্তপাত কৰা তিৰুতাক দণ্ড দিয়াৰ

দৰে মই তোমাক দণ্ড দিম; মই ক্ৰোধ আৰু অন্তৰ্জ্বালাত তোমাৰ ৰক্তপাত কৰিম। [39] মই সিহঁতৰ হাতত তোমাক সমৰ্পণো কৰিম; তাতে সিহঁতে তোমাৰ বেশ্যালয় নষ্ট কৰিব, তোমাৰ ওখ ঠাইবোৰ ভাঙ্গি পেলাব, তোমাক বিবস্ত্ৰা কৰিব, আৰু তোমাৰ সুন্দৰ অলঙ্কাৰবোৰ লৈ যাব; সিহঁতে তোমাক বিবস্ত্ৰা আৰু উলঙ্গিনী কৰি এৰিব। [40] সিহঁতে তোমাৰ অহিতে এক সমাজ পাতি তোমাক শিল দলিয়াই মাৰিব, তৰোৱালেৰে ডোখৰডোখৰকৈ কাটিব, আৰু তোমাৰ ঘৰবোৰ জুই দি পুৰিব, [41] এই ৰূপে অনেক তিৰুতাৰ আগত তোমাক দণ্ড দিব; এই দৰে মই তোমাক বেশ্যাকৰ্ম্ম কৰাৰ পৰা এৰুৱাম, তুমি বেশ্যাৰ বেচ আৰু নিদিবা। [42] মই এই ৰূপে তোমাৰ ওপৰত মোৰ ক্ৰোধ মাৰ নিয়াম; তাতে তোমাৰ পৰা মোৰ অন্তৰ্জ্বালা দূৰ হব, আৰু মই শান্তিৰে থাকিম, পুনৰায় ক্ৰোধ নকৰিম। [43] তুমি আপোনাৰ যৌবন-কাল মনত নকৰিলা, কিন্তু এই আটাইবোৰ কাৰ্য্যত মোক বেজাৰ দিলা, এই হেতুকে দেখা, প্ৰভু যিহোৱাই কৈছে, মযো তোমাৰ আচাৰ-ব্যৱহাৰৰ ফল তোমাৰ মূৰত ফলিওৱাম; আৰু তুমি আপোনাৰ আটাই ঘিণলগীয়া কাৰ্য্যৰ উপৰিও, এই ব্যভিচাৰ আৰু কৰিবলৈ নেপাবা।

[44] দেখা, জোজোনা দিয়া প্ৰতিজনে, মাক যেনে জীয়েক তেনে, এই বুলি তোমাৰ বিৰুদ্ধে জোজোনা দিব। [45] আপোন পতি আৰু আপোন সন্তানক ঘিণ কৰা তোমাৰ মাৰাৰ জীয়েক তুমি; আপোন পতি আৰু আপোন সন্তানক ঘিণ কৰা তোমাৰ বায়েৰা-ভনীয়েৰাৰ তুমি ভনীয়েক; তোমালোকৰ মাৰা হিত্তীয়া, আৰু তোমালোকৰ বাপেৰা ইমোৰীয়া আছিল। [46] তোমাৰ বায়েৰা, আপোন জীয়েকহঁতে সৈতে তোমাৰ বাঁওহাতে বাস কৰা চমৰিয়া, আৰু তোমাৰ সোঁহাতে বাস কৰা তোমাৰ ভনীয়েৰা, জীয়েকহঁতে সৈতে থকা চদোম। [47] তথাপি তুমি সিহঁতৰ আচাৰ-ব্যৱহাৰত যে চলিলা, বা সিহঁতৰ ঘিণলগীয়া কাৰ্য্য অনুসাৰে যে কাৰ্য্য কৰিলা, সেয়ে নহয়; কিন্তু তাক অতি ক্ষুদ্ৰ বুলি ভাবি তোমাৰ আটাই আচাৰ-ব্যৱহাৰত তুমি সিহঁতত্কৈ অধিক ভ্ৰষ্টা হলা। [48] প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, তুমি আৰু তোমাৰ জীয়েৰাহঁতে কৰা নিচিনাকৈ তোমাৰ ভনীয়েৰা চদোমে আৰু তাইৰ জীয়েক-হঁতে কৰা নাই। [49] দেখা, তোমাৰ ভনীয়েৰা চদোমৰ এই অপৰাধ আছিল, যে, তাইৰ আৰু তাইৰ জীয়েকহঁতৰ অহঙ্কাৰ, আহাৰৰ সম্পূৰ্ণতা, আৰু নিশ্চিন্ততাযুক্ত সুখ আছিল; তাই দুঃখী-দৰিদ্ৰৰ হাত সবল নকৰিছিল। [50] সিহঁত গৰ্ব্বী আছিল, আৰু সিহঁতে মোৰ আগত ঘিণলগীয়া কাৰ্য্য কৰিছিল; এই হেতুকে মই যি ভাল দেখিলোঁ, তাকে কৰি সিহঁতক দূৰ কৰিলোঁ। [51] চমৰিয়াই তোমাৰ পাপৰ আধাও কৰা নাই; কিন্তু তুমি সিহঁতত্কৈ তোমাৰ ঘিণলগীয়া কাৰ্য্য অধিক বৃদ্ধি কৰিলা, আৰু তুমি কৰা তোমাৰ আটাই ঘিণলগীয়া কাৰ্য্যৰ দ্বাৰায় তোমাৰ বায়েৰা-ভনীয়েৰাক ধাৰ্ম্মিক পাতিলা। [52] তুমি আপোনাৰ বায়েৰা-ভনীয়েৰাৰ নিমিত্তে বিচাৰ নিষ্পত্তি কৰাত তুমিও আপোন অপমান ভোগ কৰা; তুমি সিহঁতত্কৈ যি অধিক ঘিণলগীয়া পাপ কৰিলা, তোমাৰ সেই পাপবোৰৰ দ্বাৰায় সিহঁত তোমাত্কৈ অধিক ধাৰ্ম্মিক হল; এতেকে, তুমি আপোনাৰ বায়েৰা-ভনীয়েৰাক ধাৰ্ম্মিক পতাত নিজেও বিবৰ্ণ হোৱা, আৰু আপোন অপমান ভোগ কৰা। [53] আৰু সিহঁতলৈ সান্ত্বনাৰ স্থল হৈ তুমি কৰা আটাই কাৰ্য্যৰ কাৰণে তুমি আপোন অপমান ভোগ কৰি অপমানিত হবৰ নিমিত্তে, [54] মই সিহঁতৰ বন্দী-অৱস্থা, অৰ্থাৎ চদোম আৰু তাইৰ জীয়েক-হঁতৰ, চমৰিয়া আৰু তাইৰ জীয়েকহঁতৰ, আৰু সিহঁতৰ মাজত থকা তোমাৰ বন্দীবোৰৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম। [55] আৰু জীয়েকহঁতে সৈতে চদোম আৰু জীয়েকহঁতে সৈতে চমৰিয়া, তোমাৰ এই দুজনী বায়েৰা-ভনীয়েৰা আগৰ আপোন আপোন অৱস্থালৈ উভটিব; তুমি আৰু তোমাৰ জীয়েৰাহঁতে, তোমালোকৰ আগৰ অৱস্থালৈ উভটিবা। [56] তোমাৰ গৰ্ব্বৰ দিনা তোমাৰ মুখত তোমাৰ ভনীয়েৰা চদোমৰ নাম নোলাল। [57] অৰামৰ জীয়াৰীবোৰে তোমাক অপমান কৰাত, আৰু তোমাৰ চাৰিওফালৰ আটাইবোৰে, অৰ্থাৎ তোমাৰ চাৰিওফালে

তোমাক তুচ্ছজ্ঞান কৰোঁতা পলেষ্টীয়াইতৰ জীয়াৰীবোৰে তোমাক অপমান কৰাত যেনেকৈ তোমাৰ দুষ্টতা বৰ্ত্তমানে প্ৰকাশ পাইছে, তেনেকৈ সেই দিনা তোমাৰ দুষ্টতা প্ৰকাশ পোৱা নাছিল। [৫৮] যিহোৱাই কৈছে, তুমি আপোন ব্যভিচাৰৰ আৰু ঘিণলগীয়া কাৰ্য্যৰ ফল ভোগ কৰিছা। [৫৯] কিয়নো প্ৰভু যিহোৱাই এই কথা কৈছে, নিয়মটী ভাঙ্গি শপথটো তুচ্ছ কৰা যি তুমি, তুমি কৰা নিচিনাকৈয়ে ময় তোমালৈ কাৰ্য্য কৰিছোঁ। [৬০] তথাপি ময় তোমাৰ যৌবন-কালত তোমাৰে সৈতে পতা মোৰ নিয়মটী সোঁৱৰণ কৰিম, আৰু তোমাৰ অৰ্থে এটী চিৰ-স্থায়ী নিয়ম স্থাপন কৰিম। [৬১] আৰু যেতিয়া তুমি আপোনাৰ বায়েৰা-ভনীয়েৰাক গ্ৰহণ কৰিবা, তেতিয়া তুমি আপোন আচাৰ-ব্যৱহাৰ মনত কৰি লাজ পাবা; আৰু ময় সিহঁতক জীয়েৰাস্বৰূপে তোমাক দিম, কিন্তু তোমাৰ লগত কৰা নিয়মটীৰ দ্বাৰায় নহয়। [৬২] আৰু প্ৰভু যিহোৱাই কৈছে, তুমি কৰা সকলো কাৰ্য্যৰ নিমিত্তে ময় তোমাক ক্ষমা কৰা সময়ত, তুমি মনত কৰি বিবৰ্ণ হবলৈ, আৰু তুমি লাজ পাই তোমাৰ মুখ পুনৰায় কেতিয়াও নেমেলিবলৈ, ময় তোমাৰে সৈতে মোৰ নিয়মটী স্থাপন কৰিম; [৬৩] তাতে, ময় যে যিহোৱা, তাক তুমি জানিবা।

### চিঁদিকিয়াই শপথ লঙ্ঘন কৰা, আৰু তাৰ ফল।

**১৭** পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি ইস্ৰায়েল-বংশৰ আগত এটী নিগূঢ় বাক্য প্ৰকাশ কৰা, আৰু এটী দৃষ্টান্ত কোৱা। [৩] তুমি কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, নানা বৰণৰ পাখীৰে ভৰা, ডাঙৰ ডেউকা থকা, আৰু ডেউকাত দীঘল পাখী থকা এটা ডাঙৰ কুৰৰ পক্ষীয়ে লিবানোনলৈ আহি এৰচ গছজোপাৰ আগডোখৰ লৈ গল। [৪] সি তাৰ পোখাবোৰৰ মাজৰ সকলোতকৈ ওখ পোখাটি ছিঙি বাণিজ্যদেশলৈ লৈ গৈ, বেপাৰীবিলাকৰ নগৰত তাক ৰাখিলে। [৫] সি দেশৰ গুটিৰ মাজৰ এটী গুটিও লৈ উৰ্ব্বৰা মাটিত ৰুলে; সি জলসমূহৰ কোষত তাক থলে; সি বাইনী গছ হব বুলি তাক ৰুলে। [৬] পাছে সেয়ে গজি বাঢ়ি, যাৰ ডালবোৰে সেই কুৰৰ পক্ষীৰ ফাললৈ মুখ কৰিছিল, আৰু যাৰ শিপাবোৰৰ তাৰ তলত আছিল, এনে চাপৰ আৰু ব্যাপি যোৱা এডাল দ্ৰাক্ষালতা হল; সেয়ে এই দৰে দ্ৰাক্ষালতা হৈ ডাল মেলিলে আৰু পোখালে। [৭] ডাঙৰ ডেউকা আৰু বহুৎ পাখী থকা আন এটা ডাঙৰ কুৰৰ পক্ষী আছিল; আৰু দেখা, সি পানী দিবৰ নিমিত্তে, এই দ্ৰাক্ষালতাই আপোনাকে ৰোৱা ভেঁটিৰ পৰা তাৰ ফাললৈ শিপা মেলিলে, আৰু তাৰ ফাললৈ ডালবোৰ ঢাল খুৱালে। [৮] সেয়ে ডাল মেলি আৰু ফল ধৰি উত্তম দ্ৰাক্ষালতা হবৰ নিমিত্তে, বহুজল-সমূহৰ ওচৰত সুন্দৰ মাটিত তাক ৰোৱা হৈছিল। [৯] তুমি কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, সেয়ে উন্নতি-লাভ কৰিব নে? সেয়ে শুকাবৰ নিমিত্তে, নতুনকৈ ওলোৱা তাৰ আটাই পাত লেৰেলা পড়িবৰ নিমিত্তে তেওঁ জানো তাৰ শিপাবোৰ ছুঘালিব, আৰু তাৰ গুটিবোৰ নেকাটিব? তাৰ শিপাই সৈতে তাক উঘালিবলৈ অধিক বল কি অনেক মানুহ নেলাগিব। [১০] দেখা, সেয়ে ৰোপিত হলেও উন্নতি-লাভ কৰিব নে? পূবৰ বতাহ তাত লগামাত্ৰে সেয়ে একেবাৰে নুশুকাব নে? সেয়ে গজা ভেঁটীতে শুকাই যাব।

[১১] পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [১২] তুমি সেই বিদ্ৰোহী বংশক কোৱা, এইবোৰৰ অৰ্থ কি, তাক জানো তোমালোকে নেজানা? সিবিলাকক কোৱা, দেখা, বাবিলৰ ৰজাই যিৰূচালেমলৈ আহি তাৰ ৰজা আৰু তাৰ অধ্যক্ষবিলাকক ধৰি বাবিললৈ আপোনাৰ ঠাইলৈ লৈ গল। [১৩] আৰু তেওঁ ৰাজবংশীয় এজনক লৈ তেওঁৰ লগত এটী নিয়ম স্থাপন কৰিলে। [১৪] ৰাজ্যখন যেন সামান্য হয়, আপোনাকে যেন বড় বুলি নেমানে, কিন্তু তেওঁৰ নিয়মটী পালন কৰাৰ দ্বাৰায় যেন থাকিব পাৰে, এই নিমিত্তে তেওঁ সেই জনক শপথৰ অধীনো কৰিলে, আৰু দেশৰ বীৰবিলাকক লৈ গল। [১৫] কিন্তু তেওঁ মিচৰীয়াইতৰ পৰা ঘোঁৰা আৰু অনেক মানুহ পাবৰ মনেৰে মিচৰলৈ আপোনাৰ দূত পঠাই তেওঁৰ অহিতে বিদ্ৰোহ কৰিলে।

তেওঁ উন্নতি-লাভ কৰিব নে? এনে কৰ্ম্ম কৰা জনে জানো ৰক্ষা পাব? তেওঁ জানো নিয়মটী ভাঙিও ৰক্ষা পাব? [16] প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, যি ৰজাই তেওঁক ৰজা পাতিলে, যাৰ শপথ তেওঁ তুচ্ছ কৰিলে, আৰু যাৰ নিয়মটী তেওঁ ভাঙিলে, সেই ৰজা থকা ঠাইত বাবিলৰ মাজত তেওঁৰ তাতেই তেওঁ মৰিব। [17] অনেক লোকক উচ্ছন্ন কৰিবলৈ হাদাম বন্ধা আৰু কোঁঠ সজা সময়ত, ফৰৌণেও আপোন পৰাক্ৰমী সৈন্যসামন্ত আৰু মহাদলে সৈতে ৰণত তেওঁৰ উপকাৰ কৰিব নোৱাৰিব। [18] কিয়নো তেওঁ নিয়মটী ভাঙি শপথটো তুচ্ছ কৰিলে; দেখা, তেওঁ হাতযোড় কৰাৰ পাছেও, এই আটাই কাৰ্য্য কৰিলে; তেওঁ ৰক্ষা নেপাব। [19] এই কাৰণে প্ৰভু যিহোৱাই এই কথা কৈছে, মোৰ জীৱনৰ শপথ, তেওঁ তুচ্ছ কৰা মোৰ শপথটোৰ আৰু তেওঁ ভঙা মোৰ নিয়মটীৰ ফল ময় নিশ্চয়ে তেওঁৰ মূৰত ফলিওৱাম। [20] আৰু ময় তেওঁৰ ওপৰত মোৰ জাল মেলিম, আৰু তেওঁ মোৰ ফান্দত ধৰা পৰিব; তাতে ময় তেওঁক বাবিললৈ নি, তেওঁ মোৰ অহিতে কৰা তেওঁৰ অপৰাধৰ নিমিত্তে সেই ঠাইত তেওঁৰ ওপৰত গোচৰ কৰিম। [21] তেওঁৰ সকলো দলৰ আটাই পলৰীয়া লোক তৰোৱালত মৰা পৰিব, আৰু অৱশিষ্টবোৰক চাৰিওফালে বায়ুত উড়ুৱাই দিয়া যাব; তাতে, ময় যিহোৱায়েই যে এই কথা কলোঁ, তাক তোমালোকে জানিবা।

[22] প্ৰভু যিহোৱাই এই কথা কৈছে, ময়েই এৰচ গছজোপাৰ ওখত থকা আগডোখৰৰ এটা ডাল লৈ তাক ৰুম; এনে কি, সকলোতকৈ ওপৰত থকা তাৰ পোখাবোৰৰ মাজৰ পৰাই ময় এটী পোখা ছিঙি এটা ওখ আৰু উন্নত পৰ্ব্বতত ৰুম। [23] ইস্ৰায়েলৰ ওখ পৰ্ব্বতটোতেই ময় তাক ৰুম; তাতে সি ডাল মেলি ফল ধৰি এজোপা উত্তম এৰচ গছ হব, আৰু সকলো বিধৰ চৰায়ে তাৰ তলত বাস কৰিব, তাৰ ডালবোৰৰ ছাঁতেই সিহঁতে বাস কৰিব। [24] আৰু ময় যিহোৱায়েই যে ওখ গছজোপা চাপৰ, চাপৰ গছজোপা ওখ, কেঁচাপতীয়া গছজোপা শুকান, আৰু শুকান গছজোপা সকুমকীয়া কৰোঁ, ইয়াক পথাৰৰ আটাইবোৰ গছে জানিব; ময় যিহোৱাই ইয়াক কলোঁ, আৰু ইয়াক সিদ্ধও কৰিম।

প্ৰতিজন মানুহে নিজৰ দোষত
দণ্ড পোৱা উচিত।

**১৮** পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [2] বাপেকহঁতে টেঙা দ্ৰাক্ষাগুটি খালে পুতেকহঁতৰ দাঁত টেঙায়, এই বুলি ইস্ৰায়েল দেশত তোমালোকে যে জোজোনা দিয়া, তাৰ অৰ্থ কি? [3] প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, ইস্ৰায়েলত এই জোজোনা দিবলৈ তোমালোকে আৰু নেপাবা। [4] দেখা, আটাই প্ৰাণ মোৰেই; যেনেকৈ বাপেকৰ প্ৰাণ মোৰ, তেনেকৈ পুতেকৰ প্ৰাণো মোৰ; যি প্ৰাণীয়ে পাপ কৰে, সেই প্ৰাণীহে মৰিব। [5] যদি কোনো মানুহ ধাৰ্ম্মিক হয়, যি উচিত আৰু ন্যায় তাকে সি কৰে, [6] পৰ্ব্বতবোৰত ভোজন নকৰে, বা ইস্ৰায়েল-বংশৰ মূৰ্ত্তিবোৰলৈ চকু নোতোলে, বা আপোন ওচৰ-চুবুৰীয়াৰ তিৰুতাক অশুচি নকৰে, নাইবা কোনো তিৰুতা অশুচি হোৱা সময়ত তাইৰ ওচৰলৈ নেযায়, আৰু কাকো অন্যায় নকৰে, [7] কিন্তু ধৰুৱাক তাৰ বন্ধক ওলোটাই দিয়ে, কাৰো বস্তু বলেৰে কাঢ়ি নলয়, ক্ষুধাতুৰক আপোন আহাৰ দিয়ে, [8] আৰু নাঙটাক কাপৰেৰে ঢাকে, সুদলৈ ধাৰ নিদিয়ে, নাইবা বাঢ়ি নলয়, অন্যায়ৰ পৰা আপোন হাত কোঁচায়, মানুহৰ মাজত সত্য বিচাৰ কৰে, মোৰ বিধিবোৰত চলে, [9] আৰু যথাৰ্থ কাৰ্য্য কৰি মোৰ শাসন-প্ৰণালীবোৰ পালন কৰে, তেন্তে সিহে ধাৰ্ম্মিক, প্ৰভু যিহোৱাই কৈছে, সিহে অৱশ্যে জীয়াই থাকিব। [10] আৰু যদি কোনো মানুহৰ ঔৰসত এটা পুতেক জন্ম হৈ, সি ডকা দিয়া ৰক্তপাত কৰা আদি কোনো কাৰ্য্য কৰে, [11] আৰু সেইবোৰ কৰ্ত্তব্য কৰ্ম্মৰ কোনো কৰ্ত্তব্য কৰ্ম্ম নকৰে, কিন্তু পৰ্ব্বতবোৰত ভোজন কৰে, আপোন ওচৰ-চুবুৰীয়াৰ তিৰুতাক অশুচি কৰে, [12] দুঃখী-দৰিদ্ৰক অন্যায় কৰে, বলেৰে কাঢ়ি লয়, বন্ধক ওলোটাই নিদিয়ে, মূৰ্ত্তিবোৰলৈ চকু তোলে, ঘিণলগীয়া কাৰ্য্য কৰে, [13] সুদলৈ ধাৰ দিয়ে, আৰু বাঢ়ি লয়,

তেনে হলে সি জীয়াই থাকিব নে? সি জীয়াই নেথাকিব; সি এই আটাইবোর ঘিণলগীয়া কার্য্য করে; সি অবশ্যে মরিব, আরু তার রক্তপাতর দোষ তার গাত থাকিব। [১৪] আরু দেখা, যি পুতেকে, বাপেকে করা সকলো পাপ দেখিও ভয় করে, তেনে কার্য্য নকরে, [১৫] পর্ব্বতবোরর ওপরত ভোজন নকরে, বা ইস্রায়েল-বংশর মূর্তিবোরলৈ চকু নোতোলে, আপোন ওচর-চুবুরীয়ার তিরুতাক অশুচি নকরে, [১৬] বা কাকো অন্যায় নকরে, বন্ধকর নিমিত্তে একো নলয়, নাইবা বলেরে কাঢ়ি নলয়, কিন্তু ক্ষুধাতুরক আপোন আহার দিয়ে আরু নাঙ্গটাক কাপরেরে ঢাকে, [১৭] দুঃখীয়াক উপদ্রব করার পরা আপোন হাত কোঁচায়, সুদ বা বাঢ়ি নলয়, মোর শাসন-প্রণালীবোর পালন করে, মোর বিধিবোরত চলে, এনে পুতেক যদি সেই মানুহর ঔরসত জন্ম হয়, তেন্তে সেই পুতেক আপোন বাপেকর অপরাধর নিমিত্তে নমরিব; সি অবশ্যে জীয়াই থাকিব। [১৮] তার বাপেকর বিষয়ে হলে, সি অত্যন্ত অত্যাচার করার, বলেরে আপোন ভাইর বস্তু কাঢ়ি লোবার, আরু আপোন লোকবিলাকর মাজত, যি ভাল নহয়, তাকে করার কারণে, দেখা, সি আপোন অপরাধর নিমিত্তে মরিব। [১৯] তথাপি তোমালোকে কোৱা, পুতেকে বাপেকর অপরাধর ভার কিয় নবয়? যেতিয়া পুতেকে উচিত আরু ন্যায় কার্য্য করে, মোর সকলো বিধি পালন করে, আরু সেইবোরর মতে কর্ম্ম করে, তেতিয়া সি নিশ্চয়ে জীয়াই থাকিব। [২০] পাপ করা প্রাণীহে মরিব; পুতেকে বাপেকর, বাপেকে পুতেকর অপরাধর ভার নবব; ধার্ম্মিকর ধার্ম্মিকতা ধার্ম্মিকর গাত, আরু দুষ্টর দুষ্টতা দুষ্টর গাত থাকিব। [২১] কিন্তু যদি দুষ্টই নিজে করা আটাই পাপর পরা ঘুরি মোর সকলো বিধি পালন করে, উচিত আরু ন্যায় কার্য্য করে, তেন্তে সি অবশ্যে জীয়াই থাকিব, নমরিব। [২২] সি করা অপরাধবোরর কোনো অপরাধকে তার অহিতে সোঁৱরণ করা নহব; সি আপোন ধার্ম্মিকতার নিমিত্তেহে জীয়াই থাকিব। [২৩] প্রভু যিহোৱাই কৈছে, দুষ্টই যে আপোন পথর পরা ঘুরি জীয়াই থাকিব, ইয়াত সন্তুষ্ট নহৈ তার মৃত্যুত জানো ময় কোনো সন্তোষ পাওঁ? [২৪] কিন্তু যদি ধার্ম্মিকে আপোন ধার্ম্মিকতার পরা ঘুরি অপরাধ করে, আরু দুষ্টই করা আটাই ঘিণলগীয়া কার্য্যর দরে কার্য্য করে, তেন্তে সি জীয়াই থাকিব নে? সি করা ধর্ম্মকর্ম্মবোরর কোনোটোকে সোঁৱরণ করা নেযাব, সি করা অপরাধতেই, আরু সি করা পাপতেই সি মরিব। [২৫] তথাপি তোমালোকে কোৱা, প্রভুর পথ সমান নহয়; হে ইস্রায়েল-বংশ, বারু, শুনা, মোর পথহে সমান নহয় নে? তোমালোকর পথহে জানো অসমান নহয়? [২৬] ধার্ম্মিক লোকে যদি আপোন ধার্ম্মিকতার পরা ঘুরি অপরাধ করে, আরু তাতে মরে, তেন্তে সি করা অপরাধতেই মরে। [২৭] আকৌ যদি দুষ্টই আপুনি করা দুষ্কর্ম্মর পরা ঘুরি উচিত আরু ন্যায় কার্য্য করে, তেন্তে সি আপোন প্রাণ জীয়াই রাখিব। [২৮] সি বিবেচনা করি সি করা তার আটাই দুষ্কর্ম্মর পরা ঘুরাত, সি নিশ্চয়ে জীয়াই থাকিব, নমরিব। [২৯] তথাপি ইস্রায়েল-বংশই কয়, প্রভুর পথ সমান নহয়; হে ইস্রায়েল-বংশ, মোর পথহে সমান নহয় নে? তোমালোকর পথহে জানো অসমান নহয়? [৩০] এই হেতুকে, প্রভু যিহোৱাই কৈছে, হে ইস্রায়েল-বংশ, প্রতিজনর আচার-ব্যবহার অনুসারে, ময় তোমালোকর বিচার করিম। তোমালোক ওলোটা, আরু তোমালোকর সকলো অধর্ম্মর পরা ঘুরা; তাতে অপরাধ তোমালোকর সর্ব্বনাশর কারণ নহব। [৩১] যি যি অপরাধেরে তোমালোকে অপরাধ করিলা, তোমালোকর সেই সকলো অপরাধ তোমালোকর পরা দূর করা, আরু তোমালোকর নিজর নিজর নিমিত্তে এক নতুন হৃদয় আরু এক নতুন আত্মা করা; কিয়নো হে ইস্রায়েল-বংশ, কিয় তোমালোক মরিবা? [৩২] কিয়নো, প্রভু যিহোৱাই কৈছে, কোনো লোক মরিলে ময় তার মৃত্যুত সন্তোষ নেপাওঁ। এই হেতুকে তোমালোক ঘুরি জীয়াই থাকা।

### যিহুদার অধিপতিবিলাকর বিষয়র বিলাপ।

১৯ তুমি ইস্রায়েলর অধিপতিবিলাকর বিষয়ে বিলাপ আরম্ভ করা, [২] আরু কোৱা, তোমার

মাৰা কি আছিল? তাই এজনী সিংহী; তাই সিংহবোৰৰ মাজত শুইছিল, তাই ডেকা সিংহবোৰৰ মাজত পোৱালিবোৰ প্ৰতিপালন কৰিছিল। [৩] তাই আপোনাৰ পোৱালিবোৰৰ মাজৰ এটা পোৱালি তোলাত, সি ডেকা সিংহ হৈ উঠিল; আৰু সি চিকাৰ ধৰিবলৈ শিকি মানুহ খালে। [৪] জাতিবিলাকে তাৰ বিষয়ে শুনাত, সি সিহঁতৰ গাঁতত ধৰা পৰিল, আৰু সিহঁতে তাৰ নাকত হাঁকোটা লগাই মিচৰ দেশলৈ নিলে। [৫] যেতিয়া তাই দেখিলে, যে, তাই বাট চাই থাকোঁতে থাকোঁতে, তাইৰ আশা বিফল হল, তেতিয়া তাই আপোনাৰ আন এটা পোৱালি লৈ তাক ডেকা সিংহ কৰি তুলিলে। [৬] সি সিংহবোৰৰ মাজত অহাযোৱা কৰোঁতে কৰোঁতে ডেকা সিংহ হৈ উঠিল; সি চিকাৰ ধৰিবলৈ শিকি মানুহ খালে। [৭] সি সিহঁতৰ অট্টালিকাবোৰ চিনি পাইছিল, আৰু সিহঁতৰ নগৰবোৰ ধ্বংস কৰিছিল; তাৰ গৰ্জ্জনৰ শবদত দেশ আৰু তাৰ ভিতৰৰ সকলো উচ্ছন্ন হল। [৮] তেতিয়া জাতিবিলাকে প্ৰদেশবোৰৰ পৰা সকলো ফালে তাক আক্ৰমণ কৰিলে, আৰু সিহঁতে তাৰ ওপৰত আপোনাবিলাকৰ জাল মেলিলে; সি সিহঁতৰ গাঁতত ধৰা পৰিল। [৯] সিহঁতে তাৰ নাকত হাঁকোটা লগাই সজাত সুমুৱাই বাবিলৰ ৰজাৰ ওচৰলৈ নিলে; ইস্ৰায়েলৰ পৰ্ব্বতবোৰৰ ওপৰত তাৰ মাত আৰু শুনিবলৈ সিহঁতে তাক দুৰ্গম ঠাইত ৰাখিলে।

[১০] তোমাৰ নিৰাপদৰ কালত তোমাৰ মাৰা জলসমূহৰ গুৰিত ৰোৱা এডালি দ্ৰাক্ষালতাস্বৰূপ আছিল; সেয়ে বহুজলসমূহৰ কাৰণে ফলেৰে আৰু ডালেৰে পূৰ হৈছিল। [১১] আৰু তাৰ শকত ডালবোৰ শাসনকৰ্ত্তাবিলাকৰ ৰাজদণ্ডৰ যোগ্য আছিল; সেয়ে বাঢ়ি ওখই আকাশ ঢুকি পোৱা হল, আৰু অধিক ডাল ও ওখৰ কাৰণে তাক ভালকৈ দেখা গল। [১২] কিন্তু ক্ৰোধত তাক উঘালি মাটিত পেলোৱা হল, আৰু পূবৰ বতাহে তাৰ ফল শুকুৱালে; তাৰ শকত ডালবোৰ ভগ্ন হৈ শুকাল, জুয়ে সেইবোৰ অন্ত কৰিলে। [১৩] এতিয়া তাক অৰণ্যত, খৰাং আৰু শুকান দেশত ৰোৱা হৈছে। [১৪] আৰু তাৰ দণ্ডস্বৰূপ ডালবোৰৰ পৰা জুই ওলাই তাৰ ফল এনেকৈ গ্ৰাস কৰিলে, যে, শাসন কৰিবলৈ দণ্ডৰ উপযুক্ত শকত ডাল তাৰ মাজত আৰু নেথাকিল। এয়ে বিলাপ, আৰু বিলাপৰ অৰ্থে হব।

### ইস্ৰায়েলৰ পূৰ্ব্বৰ আৰু বৰ্ত্তমানৰ বিপথ-গমন, তাৰ দণ্ড, আৰু সিবিলাকৰ ভাবী নিস্তাৰ।

**২০** সপ্তম বছৰৰ পঞ্চম মাহৰ দশম দিনা ইস্ৰায়েলৰ বৃদ্ধবিলাকৰ মাজৰ কেইজনমান পুৰুষে যিহোৱাক সুধিবলৈ আহি মোৰ আগত বহিল। [২] তেতিয়া যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [৩] হে মনুষ্য-সন্তান, তুমি ইস্ৰায়েলৰ বৃদ্ধ কেইজনে সৈতে কথা হৈ সিবিলাকক কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, তোমালোকে মোক সুধিবলৈ আহিছা নে? প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, মই তোমালোকক মোক সুধিবলৈ নিদিওঁ। [৪] হে মনুষ্য-সন্তান, তুমি সিবিলাকৰ ওপৰত গোচৰ নচলোৱা নে? তুমি গোচৰ নচলোৱা নে? সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকৰ ঘিণলগীয়া কাৰ্য্যবোৰ সিবিলাকক জানিবলৈ দিয়া, আৰু সিবিলাকক কোৱা, [৫] প্ৰভু যিহোৱাই এই কথা কৈছে, মই যি দিনা ইস্ৰায়েলক মনোনীত কৰিছিলোঁ, আৰু যাকোবৰ বংশৰ সন্তানবিলাকৰ পক্ষে হাত দাঙি শপথ কৰিছিলোঁ, আৰু মই তোমালোকৰ ঈশ্বৰ যিহোৱা বুলি কৈ সিবিলাকৰ পক্ষে মোৰ হাত দাঙি মিচৰ দেশত সিবিলাকক চিনাকী দিছিলোঁ, [৬] সেই দিনা, আটাই দেশৰ ভূষণস্বৰূপ, দুগ্ধ আৰু মধু বোৱা, সিবিলাকৰ নিমিত্তে মই অনুসন্ধান কৰা এখন দেশলৈ মিচৰ দেশৰ পৰা সিবিলাকক উলিয়াই নিম বুলি সিবিলাকৰ পক্ষে মোৰ হাত দাঙি শপথ কৰি সিবিলাকক কৈছিলোঁ, [৭] তোমালোকে আপোনাবিলাকৰ চকুত লগা সকলো ঘিণলগীয়া বস্তু দূৰ কৰা, আৰু মিচৰৰ মূৰ্ত্তিবোৰেৰে আপোনাবিলাকক অশুচি নকৰিবা; ময়েই তোমালোকৰ ঈশ্বৰ যিহোৱা। [৮] কিন্তু সিবিলাকে মোৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে, আৰু মোৰ কথা শুনিবলৈ অমান্তি হল; সিবিলাকে আপোনাবিলাকৰ চকুত লগা ঘিণলগীয়া

বস্তবোর দূর নকরিলে, বা মিচরর মূর্ত্তিবোরো ত্যাগ নকরিলে। তেতিয়া মই মিচর দেশর মাজত সিবিলাকর অহিতে মোর ক্রোধ সিদ্ধ করিবলৈ, সিবিলাকর ওপরত মোর কোপ বরষাবলৈ মন করিছিলোঁ। ৯ কিন্তু মিচর দেশর পরা সিবিলাকক উলিয়াই অনার দ্বারায় সিবিলাক থকা যি জাতিবিলাকর সাক্ষাতে মই সিবিলাকক মোর পরিচয় দিছিলোঁ, সেই জাতিবিলাকর সাক্ষাতে মোর নাম অপবিত্র করা নহবর নিমিত্তে, মোর নামর উদ্দেশে মই কার্য্য করিলোঁ। ১০ মই সিবিলাকক মিচর দেশর পরা উলিয়াই অরণ্যর মাজলৈ আনিলোঁ। ১১ আরু যি বিধি ও শাসন-প্রণালী অনুসারে মানুহে কার্য্য করিলে তারে জীয়াই থাকিব পারে, মোর এনে বিধি সিবিলাকক দিলোঁ, আরু মোর এনে শাসন-প্রণালী সিবিলাকক দেখুৱালোঁ। ১২ ইয়ার বাহিরে, মই যে সিবিলাকক পবিত্র করোঁতা যিহোৱা, তাক সিবিলাকে জানিবর নিমিত্তে মোর আরু সিবিলাকর মাজত এটা চিন হবলৈ মোর বিশ্রাম-দিনবোর সিবিলাকক দিলোঁ। ১৩ কিন্তু ইস্রায়েল-বংশই অরণ্যত মোর অহিতে বিদ্রোহ করিলে; সিবিলাকে মোর বিধিমতে নচলিলে, আরু যি শাসন-প্রণালী অনুসারে মানুহে কার্য্য করিলে তারে জীয়াই থাকিব পারে, সিবিলাকে মোর সেই শাসন-প্রণালীবোর অগ্রাহ্য করিলে, আরু মোর বিশ্রাম-দিনবোর অতি অপবিত্র করিলে; তাতে মই সিবিলাকক বিনষ্ট করিবর অর্থে, অরণ্যত সিবিলাকর ওপরত মোর কোপ বরষাবলৈ মন করিছিলোঁ। ১৪ কিন্তু যি জাতিবিলাকর সাক্ষাতে মই সিবিলাকক উলিয়াই আনিছিলোঁ, সেই জাতিবিলাকর সাক্ষাতে মোর নাম অপবিত্র করা নহবর নিমিত্তে মোর নামর উদ্দেশে মই কার্য্য করিলোঁ। ১৫ ইয়াত বাজে, আটাই দেশর ভূষণস্বরূপ, দুগ্ধ আরু মধু বোৱা, মই সিবিলাকক দান করা দেশর মাজলৈ সিবিলাকক নিনিওঁ বুলি মই অরণ্যত সিবিলাকর অহিতে হাত দাঙি শপথ করিছিলোঁ; ১৬ কারণ সিবিলাকে মোর শাসন-প্রণালীবোর অগ্রাহ্য করিলে, মোর বিধিমতে নচলিলে, আরু মোর বিশ্রাম-দিনবোর অপবিত্র করিলে; কিয়নো সিবিলাকর মন সিবিলাকর মূর্ত্তিবোরর পাছত চলি আছিল। ১৭ তথাপি মই সিবিলাকলৈ কৃপাদৃষ্টি করি সিবিলাকক বিনষ্ট নকরিলোঁ, আরু অরণ্যত সিবিলাকক নিঃশেষে সংহার নকরিলোঁ। ১৮ আরু অরণ্যত মই সিবিলাকর সন্তানবিলাকক কলোঁ, তোমালোকে আপোনাবিলাকর পূর্ব্বপুরুষবিলাকর বিধিবোরত নচলিবা, বা সিবিলাকর শাসন-প্রণালীবোর পালন নকরিবা, নাইবা সিবিলাকর মূর্ত্তিবোরেরে আপোনাবিলাকক অশুচি নকরিবা। ১৯ ময়েই তোমালোকর ঈশ্বর যিহোৱা; মোর বিধিমতে চলা, মোর শাসন-প্রণালীবোর পালন করা, আরু সেই অনুসারে কার্য্য করা। ২০ আরু তোমালোকে মোর বিশ্রাম-দিনবোর পবিত্র করা; তাতে, মই যে তোমালোকর ঈশ্বর যিহোৱা, তাক তোমালোকে জানিবর নিমিত্তে মোর আরু তোমালোকর মাজত এইবোরেই এটা চিন হব। ২১ কিন্তু সেই সন্তানবিলাকে মোর অহিতে বিদ্রোহ করিলে; সিবিলাকে মোর বিধিমতে নচলিলে, বা যি শাসন-প্রণালী অনুসারে মানুহে কার্য্য করিলে তারে জীয়াই থাকিব পারে, মোর সেই শাসন-প্রণালীবোর সিবিলাকে পালন নকরিলে, আরু সেই অনুসারে কার্য্য নকরিলে; সিবিলাকে মোর বিশ্রাম-দিনবোর অপবিত্র করিলে। তাতে মই অরণ্যত সিবিলাকর অহিতে মোর ক্রোধ সিদ্ধ করিবলৈ, সিবিলাকর ওপরত মোর কোপ বরষাবলৈ মন করিছিলোঁ। ২২ তথাপি, যি জাতিবিলাকর সাক্ষাতে মই সিবিলাকক উলিয়াই আনিছিলোঁ, সেই জাতিবিলাকর সাক্ষাতে মোর নাম অপবিত্র করা নহবর নিমিত্তে মই মোর হাত কোঁচাই মোর নামর উদ্দেশে কার্য্য করিলোঁ। ২৩ ইয়াত বাজে, জাতিবিলাকর মাজত সিবিলাকক ছিন্নভিন্ন আরু দেশবোরর মাজত সিবিলাকক গোট গোট করিম বুলি মই অরণ্যত সিবিলাকর অহিতে মোর হাত দাঙি শপথ করিলোঁ; ২৪ কারণ সিবিলাকে মোর শাসন-প্রণালী অনুসারে কার্য্য নকরিলে, কিন্তু মোর বিধিবোর অগ্রাহ্য করিলে, মোর বিশ্রাম-দিনবোর অপবিত্র করিলে, আরু সিবিলাকর চকু সিবিলাকর পূর্ব্বপুরুষবিলাকর মূর্ত্তিবোরত আসক্ত থাকিল। ২৫ ইয়াত বাজেও, যি বিধি ভাল

নহয়, আৰু যি শাসন-প্ৰণালীৰ দ্বাৰায় সিবিলাকে জীয়াই থাকিব নোৱাৰিব, এনে বিধি আৰু শাসন-প্ৰণালীময় সিবিলাকক দিলোঁ। [২৬] ময় যে যিহোৱা, ইয়াক যেন সিবিলাকে জানিব, এই নিমিত্তে ময় সিবিলাকক উচ্ছন্ন কৰিবলৈ, প্ৰথমে জন্মা আটাইকে সিবিলাকে জুইৰ মাজেদি গমন কৰোৱাৰ দ্বাৰায়, সিবিলাকক আপোনাবিলাকৰ উপহাৰেৰে অশুচি কৰিলোঁ।

[২৭] এই হেতুকে হে মনুষ্য-সন্তান, তুমি ইস্ৰায়েল-বংশই সৈতে কথা হৈ সিবিলাকক এই কথা কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে মোৰ অহিতে অপৰাধ কৰি, ইয়াতে মোক আৰু অপমান কৰিলে।' [২৮] কিয়নো, যি দেশ সিবিলাকক দিম বুলি ময় হাত দাঙি শপথ কৰিছিলোঁ, সেই দেশলৈ ময় যেতিয়া সিবিলাকক আনিলোঁ, তেতিয়া সিবিলাকে যি যি ঠাইত কোনো ওখ পৰ্ব্বত, আৰু কোনো ঘনপতীয়া গছ দেখা পালে, সেই সেই ঠাইত সিবিলাকে আপোন আপোন বলি উৎসৰ্গ কৰিছিল, সেই সেই ঠাইত বিৰক্তিজনক আপোন আপোন নৈবেদ্য দিছিল, সেই সেই ঠাইত আপোন আপোন সুঘ্ৰাণাৰ্থক দ্ৰব্য থৈছিল, আৰু সেই সেই ঠাইত আপোন আপোন পেয় নৈবেদ্য ঢালিছিল। [২৯] তাতে ময় সিবিলাকক কলোঁ, যি ওখ ঠাইখনলৈ তোমালোক উঠি যোৱা, সেই ঠাই কি? এই দৰে সেই ঠাই আজিলৈকে "বামা" [ ওখ ঠাই ] নামেৰে প্ৰসিদ্ধ। [৩০] এই হেতুকে তুমি ইস্ৰায়েল-বংশক কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰ নিচিনাকৈ তোমালোকে আপোনাবিলাকক অশুচি কৰা নাই নে? আৰু সিবিলাকৰ ঘিণলগীয়া বস্তুৰ পাছে পাছে ব্যভিচাৰী হৈ যোৱা নাই নে? [৩১] আৰু তোমালোকে আপোনাবিলাকৰ উপহাৰ উৎসৰ্গ কৰি, আপোনাবিলাকৰ সন্তানবিলাকক অগ্নিৰ মাজেদি গমন কৰাই আজিলৈকে তোমালোকৰ আটাই মূৰ্ত্তিৰে সৈতে আপোনাবিলাকক অশুচি কৰা নাই নে? তেন্তে হে ইস্ৰায়েল-বংশ, ময় জানো তোমালোকক মোক সুধিবলৈ দিম? প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, ময় তোমালোকক মোক সুধিবলৈ নিদিওঁ। [৩২] আমি কাঠ আৰু শিলক পূজা কৰি, জাতিবিলাকৰ, দেশবিদেশে থকা গোষ্ঠীবিলাকৰেই নিচিনা হম বুলি তোমালোকে কোৱা কথা, তোমালোকৰ মনত উদয় হোৱা কথা সমুলি নঘটিব। [৩৩] প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, পৰাক্ৰমী হাতেৰে, মেলা বাহুৰে, আৰু ক্ৰোধ-বৰ্ষণেৰে ময় নিশ্চয়ে তোমালোকৰ ওপৰত ৰজা হম। [৩৪] পৰাক্ৰমী হাতেৰে, মেলা বাহুৰে, আৰু ক্ৰোধ-বৰ্ষণেৰে ময় জাতিবিলাকৰ মাজৰ পৰা তোমালোকক উলিয়াই আনিম, আৰু তোমালোক ছিন্নভিন্ন হোৱা দেশৰ পৰা তোমালোকক গোটাম। [৩৫] ময় তোমালোকক জাতিবিলাকৰ অৰণ্যলৈ নি, তাত তোমালোকে সৈতে সম্মুখাসম্মুখি হৈ প্ৰতিবাদ কৰিম। [৩৬] প্ৰভু যিহোৱাই কৈছে, মিচৰ দেশৰ অৰণ্যত ময় তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰ লগত প্ৰতিবাদ কৰা নিচিনাকৈ তোমালোকৰ লগতো প্ৰতিবাদ কৰিম। [৩৭] আৰু ময় তোমালোকক দণ্ডডালিৰ তলেদি গমন কৰাম, আৰু নিয়মটীৰ বান্ধনিলৈ আনিম; [৩৮] আৰু ময় বিদ্ৰোহীইঁতক, আৰু মোৰ অহিতে সত্যলঙ্ঘন কৰাবোৰক জাৰি তোমালোকৰ মাজৰ পৰা দূৰ কৰিম; সিহঁতে প্ৰবাস কৰা দেশৰ পৰা ময় সিহঁতক উলিয়াম, কিন্তু সিহঁত ইস্ৰায়েল দেশত নোসোমাব; তাতে, ময় যে যিহোৱা, তাক তোমালোকে জানিবা। [৩৯] হে ইস্ৰায়েল-বংশ, প্ৰভু যিহোৱাই এই দৰে কৈছে, তোমালোক যোৱা, প্ৰতিজনে আপোন আপোন মূৰ্ত্তিবোৰক সেবাপূজা কৰাগৈ; কিন্তু তোমালোকে ভবিষ্যতে মোৰ কথালৈ অবশ্যে কাণ দিবা, আৰু মোৰ পবিত্ৰ নাম তোমালোকৰ উপহাৰ আৰু তোমালোকৰ মূৰ্ত্তিৰে তোমালোকে আৰু অশুচি নকৰিবা। [৪০] কিয়নো, প্ৰভু যিহোৱাই কৈছে, মোৰ পবিত্ৰ পৰ্ব্বতটোত, ইস্ৰায়েলৰ ওখ পৰ্ব্বতটোতেই ইস্ৰায়েলৰ আটাই বংশই, সিবিলাকৰ আটায়ে দেশত সেই ঠাইতে মোৰ আৰাধনা কৰিব; সেই ঠাইতে ময় সিবিলাকক গ্ৰাহ্য কৰিম, আৰু সেই ঠাইতে তোমালোকৰ সকলো পবিত্ৰ বস্তুৰে সৈতে তোমালোকৰ উপহাৰ, আৰু নৈবেদ্যস্বৰূপে দিব লগীয়া তোমা-

লোকর আগ ভাগ পাবলৈ মই ইচ্ছা করিম। [৪১] যেতিয়া মই তোমালোকক জাতিবিলাকর মাজর পরা উলিয়াই আনিম, আরু তোমালোক ছিন্নভিন্ন হোৱা দেশবোরর পরা তোমালোকক গোটাম, তেতিয়া মই তোমালোকক সুঘ্রাণ-স্বরূপে গ্রহণ করিম, আরু মই জাতিবিলাকর সাক্ষাতে তোমালোকর মাজত পবিত্রীকৃত হম। [৪২] যি দেশ তোমালোকর পূর্ব্বপুরুষবিলাকক দিম বুলি মই হাত দাঙি শপথ করিছিলোঁ, সেই ইস্রায়েল দেশলৈ মই তোমালোকক যেতিয়া নিম, তেতিয়া, মই যে যিহোৱা, তাক তোমালোকে জানিবা। [৪৩] আরু যি যি আচার-ব্যৱহার আরু কার্য্যেরে তোমালোকে আপোনাবিলাকক অশুচি করিলা, সেই সেই আচার-ব্যৱহার আরু কার্য্য তাত তোমালোকে মনত করিবা, আরু তোমালোকে করা সকলো কুকর্ম্মর নিমিত্তে তোমালোকে আপোনাবিলাকর দৃষ্টিত আপোনাবিলাকক ঘিণ করিবা। [৪৪] আরু প্রভু যিহোৱাই কৈছে, হে ইস্রায়েল-বংশ, তোমালোকর কু-আচরণ বা তোমালোকর দুষ্কর্ম্ম অনুসারে নহয়, কিন্তু মোর নামর অর্থেহে যেতিয়া মই তোমালোকলৈ কার্য্য করিম, তেতিয়া, মই যে যিহোৱা, তাক তোমালোকে জানিবা।

প্রতিকার সাধিব লগা যিহোৱার তরোৱাল।

[৪৫] পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [৪৬] হে মনুষ্য-সন্তান, তুমি দক্ষিণ ফাললৈ তোমার মুখ করি, দক্ষিণদিশে তোমার বাক্য বরষোৱা আরু দক্ষিণ অঞ্চলত থকা দেশর কাঠনির বিরুদ্ধে ভাববাণী প্রচার করা। [৪৭] আরু তুমি দক্ষিণ অঞ্চলর সেই কাঠনিক কোৱা, যিহোৱার বাক্য শুনা, প্রভু যিহোৱাই এই কথা কৈছে, দেখা, মই তোমার মাজত একুরা জুই জলাম, আরু সেই জুয়ে তোমার মাজত থকা প্রত্যেক কেঁচাপতীয়া আরু প্রত্যেক শুকান গছ ভস্ম করিব; সেই প্রজ্বলিত অগ্নি নুমুৱা নহব, আরু দক্ষিণর পরা উত্তরলৈকে সকলোরে মুখ তারে পোৱা হব; [৪৮] তাতে, মই যিহোৱায়েই যে তাক জলালোঁ, সকলো মর্ত্ত্যই তাক জানিব; তাক নুমুৱা নহব। [৪৯] তেতিয়া মই কলোঁ, হায় হায়, প্রভু যিহোৱা, লোকে মোর বিষয়ে কয়, এই জনে নিগূঢ় বাক্যেরে কথা নকয় নে?

২১ তেতিয়া যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি যিরূচালেমর ফাললৈ তোমার মুখ করি, পবিত্রস্থান-বোরর ফাললৈ বাক্য বরষোৱা আরু ইস্রায়েল দেশর বিরুদ্ধে ভাববাণী প্রচার করা। [৩] তুমি ইস্রায়েল দেশক কোৱা, যিহোৱাই এই কথা কৈছে, দেখা, মই তোমার বিপক্ষ; মই ফাঁকর পরা মোর তরোৱাল উলিয়াই তোমার মাজর পরা ধার্ম্মিক আরু দুষ্ট দুয়োকো উচ্ছন্ন করিম। [৪] মই ধার্ম্মিক আরু দুষ্ট দুয়োকো তোমার মাজর পরা উচ্ছন্ন করিম; সেই নিমিত্তেই দক্ষিণর পরা উত্তরলৈকে সকলো মর্ত্ত্যর অহিতে মোর তরোৱাল ফাঁকর পরা ওলাব। [৫] আরু মই যিহোৱায়েই যে ফাঁকর পরা মোর তরোৱাল উলিয়ালোঁ, ইয়াক সকলো মর্ত্ত্যই জানিব; ই পুনরায় সুলটিব। [৬] এই হেতুকে হে মনুষ্য-সন্তান, হুমুনিয়াহ পেলোৱা, কঁকাল ভগাকৈ আরু মনর বেজারেরে সৈতে সিবিলাকর আগত হুমুনিয়াহ পেলোৱা। [৭] তাতে, কিয় তুমি হুমুনিয়াহ পেলাইছা? এই বুলি যেতিয়া সিবিলাকে তোমাক সুধিব, তেতিয়া তুমি কবা, বার্ত্তার কারণে; কিয়নো সেয়ে আহিছে, আরু প্রত্যেকর হৃদয় দ্রব হব, আটাইরে হাত দুর্ব্বল হব, প্রত্যেকর মন নিরুৎসাহ হব, আরু সকলোরে আঁঠু পানীর নিচিনা অস্থির হব; দেখা, প্রভু যিহোৱাই কৈছে, সেয়ে আহিছে, আরু সকলো সিদ্ধ হব।

[৮] পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [৯] হে মনুষ্য-সন্তান, ভাববাণী প্রচার করি কোৱা, যিহোৱাই এই কথা কৈছে, তুমি কোৱা, তরোৱাল! তরোৱাল! তাক ধার দিয়া আরু মজাও হৈছে। [১০] বধ করিবর নিমিত্তে তাক ধার দিয়া হৈছে, বিজুলীর নিচিনা হবর নিমিত্তে তাক মজা হৈছে; তেনে হলে আমি জানো আমোদ-প্রমোদ করিম? মোর পুত্রর দণ্ডডালিয়ে আটাই কাঠকে তুচ্ছ করে। [১১] তাক হাতত লবর নিমিত্তে, তেওঁ তাক মাজিবলৈ আজ্ঞা দিছে; বধ করোঁতার হাতত দিবর

নিমিত্তে তৰোৱালখন ধাৰ দিয়া হৈছে, এনে কি মজাও হৈছে। [১২] হে মনুষ্য-সন্তান, চিঞৰি কান্দা আৰু হাহাকাৰ কৰা; কিয়নো সেয়ে মোৰ প্ৰজাবিলাকৰ আৰু ইস্ৰায়েলৰ আটাই অধ্যক্ষবিলাকৰ ওপৰলৈ আহিল; সিবিলাকক মোৰ প্ৰজাবিলাকে সৈতে তৰোৱালত সোধাই দিয়া হল; এই হেতুকে তুমি আপোন কৰঙনত চপৰিওৱা। [১৩] কিয়নো পৰীক্ষা কৰা হৈছে; তুচ্ছ কৰোঁতা দণ্ডডালিও যদি নেথাকে, তেন্তে কি হব? এয়ে প্ৰভু যিহোৱাৰ বচন। [১৪] এই হেতুকে হে মনুষ্য-সন্তান, তুমি ভাববাণী প্ৰচাৰ কৰা, আৰু হাত-তালি দিয়া; তৰোৱালখনে, অনেক লোকক বধ কৰা তৰোৱালখনেই তৃতীয়-বাৰ দুগুণ কোবেৰে কাটোক; সেয়ে সিহঁতৰ ভিতৰ-খোঁটালীত সোমোৱা, মহৎ লোক জনক সাংঘাতিকৰূপে আঘাত কৰা তৰোৱাল। [১৫] সিবিলাকৰ হৃদয় দ্ৰৱ হবৰ নিমিত্তে, আৰু সিবিলাকৰ উজুটি খাই পড়া লোক সৰহ হবৰ নিমিত্তে মই তৰোৱালখনৰ আগটো সিবিলাকৰ আটাই নগৰ-দুৱাৰৰ অহিতে স্থাপন কৰিলোঁ; হায় হায়! তাক বিজুলী যেন কৰা হল, বধ কৰিবৰ নিমিত্তে তাক ধাৰ দিয়া হল। [১৬] হে তৰোৱাল, তোমাৰ সমুদায় বল সংগ্ৰহ কৰি সোঁফালে ঘূৰা, যুগুত হৈ বাওঁফালে ঘূৰা; যি ফাললৈ তুমি মুখ কৰি আছা, সেই ফাললৈ গমন কৰা। [১৭] ময়ো হাত-তালি দিম, আৰু মোৰ ক্ৰোধ মাৰ নিয়াম; মই যিহোৱায়েই ইয়াক কলোঁ।

[১৮] পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [১৯] হে মনুষ্য-সন্তান, বাবিলৰ ৰজাৰ তৰোৱালখন আহিবৰ নিমিত্তে তুমি দুটা পথ আঁকা, সেই দুটা পথ একেখন দেশৰ পৰা ওলাই আহিব; আৰু তুমি হাতৰ আকৃতিৰ এক চিন কাটা, নগৰ কেইখনলৈ অহা বাটৰ মূৰত তাক কাটা। [২০] তৰোৱালখন অম্মোনৰ সন্তানবিলাকৰ ৰব্বা নগৰলৈ আহিবৰ নিমিত্তে এটা পথ, আৰু যিহূদাৰ মাজত থকা গড়েৰে আবৃত যিৰূচালেম নগৰলৈ আহিবৰ নিমিত্তে এটা পথ তুমি আঁকা। [২১] কিয়নো বাবিলৰ ৰজাই দুই বাটৰ জোৰাত, দুই বাটৰ মূৰত মঙ্গল চাবলৈ থিয় হৈছে; তেওঁ কাঁড় দুডাল ইফালে সিফালে জোকাৰিলে, গৃহদেৱতাবোৰক সুধিলে, আৰু আগমঙহ চালে। [২২] পাছে গড় ভঙ্গা যন্ত্ৰ স্থাপন কৰিবলৈ, হত্যাৰ নিমিত্তে হুকুম দিবলৈ, উচ্চ স্বৰেৰে জয়ধ্বনি কৰিবলৈ, দুৱাৰ-বোৰৰ অহিতে গড় ভঙ্গা যন্ত্ৰ স্থাপন কৰিবলৈ, হাদাম বান্ধিবলৈ, কোঁঠ সাজিবলৈ তেওঁৰ সোঁ হাতত যিৰূচালেমৰ নাম উঠিল। [২৩] আৰু সিহঁতৰ আগত শপত খোৱাবিলাকৰ মানত সেই মঙ্গল চোৱা কাৰ্য্যটো বৃথা হব; কিন্তু সিবিলাক ধৰা পড়িবৰ নিমিত্তে তেওঁ অপৰাধ সোঁৱৰণ কৰাব।

[২৪] এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে, তোমালোকৰ আটাই কাৰ্য্যৰ দ্বাৰায়, তোমালোকৰ পাপবোৰ ওলাই পৰাকৈ তোমা-লোকৰ অপৰাধবোৰ প্ৰকাশিত হল; এই ৰূপে তোমালোকে আপোনাবিলাকৰ দুষ্কৰ্ম্ম সোঁৱৰণ কৰালা, আৰু তোমালোকলৈ মোৰ মনত পড়িল; এতেকে তোমালোক ধৰা পৰিবা। [২৫] অন্তজনক অপৰাধৰ কালত দিন উপস্থিত হোৱা হত হব লগীয়া ইস্ৰায়েলৰ অধিপতি হে দুষ্ট, [২৬] প্ৰভু যিহোৱাই এই কথা কৈছে, পাগুৰি গুচুউৱা আৰু ৰাজমুকুট দূৰ কৰা; এইবোৰ আৰু নেথাকিব, চাপৰক ওখ কৰা হব, আৰু ওখক চাপৰ কৰা হব। [২৭] মই নষ্ট কৰিম, নষ্ট কৰিম, নষ্ট কৰিম; স্বত্ব থকা জনা নহালৈকে নিশ্চয়ে এইবোৰ আৰু নেথাকিব; আৰু মই এইবোৰ সেই জনাক দিম।

[২৮] হে মনুষ্য-সন্তান, তুমি ভাববাণী প্ৰচাৰ কৰি কোৱা, প্ৰভু যিহোৱাই অম্মোনৰ সন্তান-বিলাকৰ, আৰু সিহঁতে দিয়া অপমানৰ বিষয়ে এই কথা কৈছে, তুমি কোৱা, অন্তজনক অপৰাধৰ কালত দিন উপস্থিত হোৱা হত হব লগীয়া সেই দুষ্টবোৰৰ ডিঙিত তোমাক পেলা-বলৈ, [২৯] সিহঁতে তোমাৰ পক্ষে অনৰ্থক দৰ্শন পোৱাত, তোমাৰ পক্ষে মিছা মঙ্গল চোৱাত, এখন তৰোৱাল, ফাঁকৰ পৰা এখন তৰোৱাল উলিওৱা হৈছে; গ্ৰাস কৰাবলৈ, বিজুলীস্বৰূপ হবলৈ হত্যাৰ নিমিত্তে তাক মজা হৈছে। [৩০] তুমি তাক ফাঁকত পুনৰায় সুমুউৱা। তোমাক সৃষ্টি কৰা ঠাইত, তোমাৰ জন্মদেশত মই তোমাক দণ্ড দিম। [৩১] আৰু মই তোমাৰ ওপৰত মোৰ

ক্রোধ বরষাম, মোর ক্রোধাগ্নি তোমার ওপরত ফুঁৱাম, আরু বিনষ্ট করিবলৈ নিপুণ পশুতুল্য লোকবিলাকর হাতত তোমাক সোধাই দিম। [৩২] তুমি জুইর খরিস্বরূপ হবা; দেশর মাজত তোমার রক্তপাত হব; তোমাক আরু সোঁৱরণ করা নেযাব; কিয়নো ময় যিহোৱাই ইয়াক কলোঁ।

অপরাধী ইস্রায়েলর ঘটিব লগা দণ্ড।

২২ পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি গোচর নচলোৱা নে? রক্তপাতকারিণী নগরীর ওপরত গোচর নচলোৱা নে? তেন্তে তাইর আটাই ঘিণলগীয়া কার্য্য তাইক বুজুউৱা। [৩] আরু তুমি কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, হে এনেকুৱা নগরী, যে, আপোনার সময় আহিবর নিমিত্তে আপোনার মাজত রক্তপাত করে, আরু আপোনাকে অশুচি করিবলৈ আপোনার নিমিত্তে মূর্ত্তি নির্ম্মাণ করে। [৪] হে নগরি, তুমি করা রক্তপাতত তুমি দোষী হলা, আরু তুমি নির্ম্মাণ করা তোমার মূর্ত্তিবোরর দ্বারায় তুমি অশুচি হলা; আরু তুমি আপোনার কাল ওচর চপাইছা, আরু আপোনার আয়ুসর শেষলৈ আহিছা। এই হেতুকে ময় জাতিবিলাকর আগত তোমাক ধিক্কারর, আরু আটাই দেশর আগত বিদ্রূপর বিষয় করিম। [৫] হে বদনামী কলহপূর্ণা নগরি, তোমার ওচরত আরু নিলগত থকা সকলোৱে তোমাক বিদ্রূপ করিব। [৬] দেখা, ইস্রায়েলর অধ্যক্ষবিলাক আপোন আপোন বাহুবল অনুসারে রক্তপাত করিবলৈ তোমার মাজত আছে। [৭] তোমার মাজত পিতৃমাতৃক হেয়জ্ঞান করা হৈছে; তোমার মাজত বিদেশীক অত্যাচার করা হৈছে; তোমার মাজত পিতৃহীন আরু বিধৱাক অন্যায় করা হৈছে। [৮] তুমি মোর পবিত্র বস্তুবোর ঘিণ করিছা, আরু মোর বিশ্রাম-দিনবোর অপবিত্র করিছা। [৯] রক্তপাত করিবলৈ তোমার মাজত চর্চ্চি ফুরা লোক আছে। তোমার মাজত লোকে পর্ব্বতবোরর ওপরত ভোজন করে, তোমার মাজত ব্যভিচার করে, [১০] তোমার মাজত পিতৃবিলাকর উলঙ্গতা প্রকাশ করে, তোমার মাজত ঋতুস্নান হোৱা তিরুতাক বলাৎকার করে। [১১] কোনোৱে আপোন ওচর-চুবুরীয়ার তিরুতারে সৈতে ঘিণলগীয়া কার্য্য করে, কোনো জনে আপোন বোৱারীয়েকক কুকর্ম্মেরে অশুচি করে, আরু তোমার মাজত আন কোনোৱে আপোনার ভনীয়েকক, বাপেকর জীয়েকক বলাৎকার করে। [১২] রক্তপাত করিবলৈ লোকে তোমার মাজত ভেঁটি লয়; তুমি সুদ আরু বাঢ়ি লওঁতা, আরু তুমি লোভ করি অত্যাচারর দ্বারায় তোমার ওচর-চুবুরীয়ার পরা লাভ করিছা, কিন্তু মোক হলে পাহরিছা, ইয়াক প্রভু যিহোৱাই কৈছে। [১৩] এই হেতুকে দেখা, তুমি করা অন্যায় লাভত, আরু তোমার মাজত তুমি করা রক্তপাতত ময় হাততালি দিছোঁ। [১৪] ময় যি দিনা তোমার প্রতিশোধ লম, সেই দিনা তোমার হৃদয়ে সহি থাকিব পারিব নে? বা তোমার হাত সবল হব নে? ময় যিহোৱাই ইয়াক কলোঁ, আরু ইয়াক সিদ্ধও করিম। [১৫] ময় জাতিবিলাকর মাজত তোমাক ছিন্নভিন্ন করিম, দেশবোরর মাজত তোমাক গোট গোট করিম, আরু তোমার মাজর পরা তোমার অশৌচ দূর করিম। [১৬] আরু তোমাক জাতিবিলাকর সাক্ষাতে অপবিত্র করা হব; আরু ময় যে যিহোৱা, তাক তুমি জানিবা।

[১৭] পুনরায় যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [১৮] হে মনুষ্য-সন্তান, ইস্রায়েল বংশ মোর দৃষ্টিত ভাঁজস্বরূপ হল; সিবিলাক সকলোৱেই মহিত দিব লগা পিত্তল, বগিতাম, লোহা, আরু সীহস্বরূপ; সিবিলাক রূপর ভাঁজস্বরূপ। [১৯] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, তোমালোক সকলোৱেই ভাঁজস্বরূপ হোৱার নিমিত্তে, দেখা, ময় তোমালোকক যিরূচালেমর মাজত গোটাম। [২০] মানুহে রূপ, পিত্তল, লোহা, সীহা, আরু বগিতাম গলাবর নিমিত্তে, তার ওপরত জুই ফুঁৱাবলৈ মহির মাজত তাক গোটাই দিয়ার নিচিনাকৈ ময় তোমালোকক মোর ক্রোধত আরু কোপত গোটাম, আরু তোমালোকক তাত পেলাই গলাম। [২১] এনে কি, ময় তোমালোকক গোটাই, মোর ক্রোধাগ্নি তোমালোকর ওপরত ফুঁৱাম; তাতে তোমালোক তার মাজত গলি যাবা।

২২ মহির মাজত রূপ গলা নিচিনাকৈ তার মাজত তোমালোক গলিবা ; তাতে, ময় যিহোৱায়েই যে তোমালোকর ওপরত মোর ক্রোধ বরষালোঁ, তাক তোমালোকে জানিবা।

২৩ পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, ২৪ হে মনুষ্য-সন্তান, তুমি যিহূদাক কোৱা, তুমি হাবি নকটা, বা ক্রোধর দিনা বরষুণ নিদিয়া দেশ। ২৫ তার মাজত তার ভাববাদীবোরে চক্রান্ত করিছে ; সিহঁত চিকার ধরোঁতে গর্জ্জন করোঁতা সিংহর নিচিনা ; সিহঁতে মনুষ্যক গ্রাস করে ; সিহঁতে ধন-সম্পত্তি আরু বহুমূল্য বস্তু নিয়ে ; সিহঁতে তার মাজত তার বিধবার সংখ্যা বঢ়ালে। ২৬ তার পুরোহিতবোরে মোর ব্যবস্থার বিপরীতে অত্যাচার করে, আরু মোর পবিত্র বস্তুবোর অপবিত্র করে ; সিহঁতে পবিত্র আরু সাধারণর মাজত প্রভেদ নেরাখে, বা শুচি আরু অশুচির মাজত বিভিন্ন করিবলৈ মানুহক নিশিকায় ; সিহঁতে মোর বিশ্রাম-দিনবোরর পরা আপোনাবিলাকর চকু ঢাকে, আরু ময় সিহঁতর মাজত অপবিত্রীকৃত হলোঁ। ২৭ অন্যায় লাভ করিবর নিমিত্তে রক্তপাত করিবলৈ, আরু মনুষ্যক বিনষ্ট করিবলৈ তার মাজত থকা তার মুখ্যবিলাক চিকার ধরোঁতা রাংকুকুরস্বরূপ। ২৮ যিহোৱাই নোকোৱাকৈয়ে প্রভু যিহোৱাই এই রূপে কৈছে বুলি তার ভাববাদীবোরে কৈ, অনর্থক দর্শন দেখি, আরু সিবিলাকর পক্ষে মিছা মঙ্গল চাই, সিবিলাকর নিমিত্তে চূণেরে লিপে। ২৯ দেশর প্রজাবিলাকে উপদ্রব করে, বলেরে লয়, এনে কি, দুঃখী-দরিদ্রক দুঃখ দিয়ে, আরু বিদেশীক অন্যায়কৈ অত্যাচার করে। ৩০ আরু ময় দেশ নষ্ট নকরিবর নিমিত্তে, চারিওফালে গড় নির্ম্মাণ করিব পরা, আরু দেশর অর্থে মোর আগত গড়র ভঙ্গা বাটত থিয় হব পরা এনে এজন মানুহ সিবিলাকর মাজত বিচারিলোঁ, কিন্তু ময় কাকো নেপালোঁ। ৩১ এই হেতুকে ময় সিবিলাকর ওপরত মোর ক্রোধ বরষাম, মোর ক্রোধাগ্নিরে সিবিলাকক সংহার করিম ; প্রভু যিহোৱাই কৈছে, ময় সিবিলাকর নিজর নিজর আচার-ব্যবহারর ফল সিবিলাকর মূরত ফলিওৱাম।



অহলা আরু অহলীবা নামেরে দুজনী তিরুতার দৃষ্টান্ত।

২৩ পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, ২ হে মনুষ্য-সন্তান, দুজনী তিরুতা আছিল ; সিহঁত একে জনী মাকরে জীয়েক। ৩ সিহঁতে মিচরত বেশ্যাকর্ম্ম করিছিল, যৌবন-কালতেই বেশ্যাকর্ম্ম করিছিল ; তাত সিহঁতর পিয়াহ মোচরা হৈছিল, আরু তাত সিহঁতর জীয়ারী-কালর পিয়াহর মূর টিপা হৈছিল। ৪ সিহঁতর মাজর বড় জনীর নাম অহলা [ তাম্বু ], আরু তাইর ভনীয়েকর নাম অহলীবা [ তাইর মাজত মোর তাম্বু ] ; সিহঁত মোর হল, আরু সিহঁতে পো-জী প্রসব করিলে। সিহঁতর নামে এই বুজায়, অহলা চমরিয়া, আরু অহলীবা যিরূচালেম। ৫ অহলা মোর হৈয়ো, তাই বেশ্যাকর্ম্ম করিলে ; নীলবস্ত্র পিন্ধা, দেশাধিপতি আরু শাসনকর্ত্তা হোৱা তাইর ওচর-চুবুরীয়া অচূর দেশর প্রেমকারীবোরত তাই আসক্ত হল ; ৬ সিহঁত সকলোৱেই মনোহর যুবা, ঘোঁরার ওপরত উঠা অশ্বারোহী। ৭ তাই সিহঁতে সৈতে বেশ্যাকর্ম্ম করিলে ; সিহঁত আটাইবোর অচূরর মনোনীত লোক ; আরু তাই যিবোরত আসক্ত হল, সিহঁতর আটাই মূর্ত্তির দ্বারায় তাই নিজকে অশুচি করিলে। ৮ মিচরত থকা দিনরে পরা তাই আপোনার বেশ্যালি এরা নাই ; কিয়নো তাইর যৌবন-কালত সিহঁতেই তাইর লগত শয়ন করি, তাইর জীয়ারী-কালর পিয়াহর মূর টিপিছিল, আরু সিহঁতে তাইর লগত অধিক পরিমাণে বেশ্যাকর্ম্ম করিছিল। ৯ এই হেতুকে ময় তাইর প্রেমকারীবোরর, তাই আসক্ত হোৱা অচূরীয়াহঁতর হাতত তাইক সোধাই দিলোঁ। ১০ সিহঁতে তাইর উলঙ্গতা প্রকাশ করিলে, তাইর পো-জীবিলাকক নিলে, আরু তাইক তরোৱালেরে বধ করিলে ; এই রূপে তাই তিরুতাবিলাকর মাজত দৃষ্টান্তস্বরূপা হল, আরু দণ্ড ভোগ করিলে। ১১ তাইর ভনীয়েক অহলীবাই ইয়াক দেখিও, আপোন কামাসক্তত, আরু আপোন বায়েকর বেশ্যালিতকৈ অধিক হোৱা আপোন বেশ্যাকর্ম্মত তাইতকৈ বেচী ভ্রষ্টা হল। ১২ অতি জাকজমককৈ বস্ত্র পিন্ধা দেশাধিপতি

আৰু শাসনকৰ্ত্তাবিলাকত, ঘোঁৰাৰ ওপৰত উঠা অশ্বাৰোহী তাইৰ ওচৰ-চুবুৰীয়া অচূৰীয়াইঁতত তাই আসক্ত হল; ১৩ সিইঁত সকলোৱেই মনোহৰ যুবা। আৰু ময় দেখিলোঁ, তাই অশুচি হল; দুয়ো জনীয়ে একে পথ ললে। ১৪ তাই আপোন বেশ্যালি বঢ়ালে; কিয়নো তাই, দেৱালত অঁকা পুৰুষবিলাকক, অৰ্থাৎ সেন্দুৰেৰে অঁকা কল্দীয়াইঁতৰ নকচা দেখিলে; ১৫ সিইঁতৰ কঁকালত টঙালি বন্ধা, মূৰত ওলোমাই পাগুৰি মৰা; সিইঁত সকলোৱেই দেখিবলৈ সেনাপতিৰ নিচিনা, যি বাবিলীয়াইঁতৰ জন্মদেশ কল্দিয়া, সেই বাবিলীয়াইঁত যেন দেখা যায়। ১৬ তাই সিইঁতক দেখিয়েই সিইঁতত আসক্ত হল, আৰু কল্দিয়া দেশলৈ সিইঁতৰ গুৰিলৈ দূত পঠালে। ১৭ তাতে বাবিলীয়াইঁতে তাইৰ ওচৰলৈ আহি প্ৰেমশয্যাত উঠিল, আৰু বেশ্যাকৰ্ম্মেৰে তাইক অশুচি কৰিলে; তাতে, তাই সিইঁতৰ দ্বাৰায় কলুষিত হলত তাইৰ মনত সিইঁতলৈ ঘিণ লাগিল। ১৮ এই ৰূপে তাই আপোনাৰ বেশ্যালি প্ৰকাশ কৰি আপোনাৰ উলঙ্গতা অনাবৃত কৰিলে; তেতিয়া মোৰ মনত তাইৰ বায়েকলৈ ঘিণ লগা নিচিনাকৈ তাইলৈকো মোৰ মনত ঘিণ লাগিল। ১৯ তথাপি তাই মিচৰ দেশত বেশ্যাকৰ্ম্ম কৰা আপোন যৌবন-কাল সোঁৱৰণ কৰি আপোনাৰ বেশ্যালি বৃদ্ধি কৰিলে। ২০ গাধৰ মাংসৰ নিচিনা মাংস থকা, আৰু ঘোঁৰাৰ বীৰ্য্যৰ নিচিনা বীৰ্য্য থকা তাইৰ উপপতিবোৰত তাই আসক্ত হল। ২১ যৌবন-কালৰ পিয়াহ বুলি মিচৰীয়াইঁতে তোমাৰ পিয়াহৰ মূৰ টিপা কালত হোৱা তোমাৰ যৌবন-কালৰ ব্যভিচাৰ এই ৰূপে পুনৰায় কৰিবলৈ তুমি চেষ্টা কৰিলা।

২২ এই হেতুকে হে অহলীবা, প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, তোমাৰ মনত যি প্ৰেমকাৰীবোৰলৈ ঘিণ লাগিল, ময় সিইঁতক তোমাৰ বিৰুদ্ধে উচটাম, তোমাৰ চাৰিওফালৰ পৰা তোমাৰ বিৰুদ্ধে সিইঁতক আনিম। ২৩ বাবিলীয়া আৰু আটাই কল্দীয়াইঁতক, পকোদ, চোৱা, আৰু কোৱাক, আৰু সিইঁতে সৈতে আটাই অচূৰীয়াইঁতক ময় আনিম; সিইঁত সকলোৱেই মনোহৰ যুবা, দেশাধিপতি আৰু শাসনকৰ্ত্তা; সিইঁত সেনাপতি আৰু বিখ্যাত লোক; সিইঁত আটাইবোৰ অশ্বাৰোহী। ২৪ সিইঁতে অস্ত্ৰশস্ত্ৰ, ৰথ, গাড়ী, আৰু লোকসমূহে সৈতে তোমাৰ বিৰুদ্ধে আহিব; সিইঁতে ফৰ আৰু ঢাল লৈ, আৰু শিৰোৰক্ষক টুপি পিন্ধি তোমাৰ অহিতে চাৰিওফালে বেহু পাতিব; ময় সিইঁতৰ হাতত বিচাৰ-ভাৰ সমৰ্পণ কৰিম; তাতে সিইঁতে আপোনাবিলাকৰ বিচাৰ অনুসাৰে তোমাৰ বিচাৰ কৰিব। ২৫ আৰু ময় তোমাৰ বিৰুদ্ধে মোৰ অন্তৰ্জ্বালা প্ৰজ্বলিত কৰিম; তাতে সিইঁতে তোমালৈ ক্ৰোধ কৰিব, তোমাৰ নাক আৰু কাণ কাটিব, আৰু তোমাৰ অৱশিষ্ট ভাগ তৰোৱালৰ দ্বাৰায় পতিত হব; সিইঁতে তোমাৰ পো-জীবোৰক নিব, আৰু তোমাৰ অৱশিষ্ট ভাগ জুইত পোৰা হব। ২৬ সিইঁতে তোমাক বিবস্ত্ৰাও কৰিব; আৰু তোমাৰ সুন্দৰ সুন্দৰ অলঙ্কাৰবোৰ নিব। ২৭ এই ৰূপে ময় তোমাৰ পৰা তোমাৰ ব্যভিচাৰ, আৰু মিচৰ দেশত অভ্যাস কৰা তোমাৰ বেশ্যালি নাইকিয়া কৰিম; তাতে তুমি সিইঁতলৈ আৰু চকু তুলি নেচাবা, নাইবা মিচৰলৈ আৰু সোঁৱৰণ নকৰিবা। ২৮ কিয়নো প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, তুমি হিংসা কৰাবোৰৰ হাতত, যিবোৰলৈ তোমাৰ মনত ঘিণ লাগিল, সিইঁতৰেই হাতত ময় তোমাক সোধাই দিম। ২৯ সিইঁতে তোমাক হিংসা কৰিব, তোমাৰ সকলো পৰিশ্ৰমৰ ফল নিব, আৰু তোমাক উলঙ্গিনী ও বিবস্ত্ৰা কৰি এৰিব; তাতে তোমাৰ বেশ্যাকৰ্ম্মৰ দ্বাৰায় হোৱা উলঙ্গতা, তোমাৰ ব্যভিচাৰ আৰু বেশ্যাকাৰ্য্য প্ৰকাশ পাব। ৩০ তুমি বেশ্যা হৈ জাতিবিলাকৰ পাছে পাছে যোৱাৰ কাৰণে, আৰু তুমি সিইঁতৰ মূৰ্ত্তিবোৰেৰে কলঙ্কিত হোৱাৰ কাৰণে এইবোৰ কাৰ্য্য তোমালৈ কৰা যাব। ৩১ তুমি আপোনাৰ বায়েৰাৰ পথত গমন কৰিলা; এই হেতুকে ময় তাইৰ পান-পাত্ৰ তোমাৰ হাতত দিম। ৩২ প্ৰভু যিহোৱাই এই কথা কৈছে, তুমি আপোনাৰ বায়েৰাৰ দ আৰু বহল পান-পাত্ৰত পান কৰিবা; তুমি পৰিহাসৰ আৰু বিদ্ৰূপৰ বিষয় হবা; সেই পান-পাত্ৰত বহুৎ ধৰে। ৩৩ তুমি মাত্লামি আৰু দুঃখেৰে পৰিপূৰ্ণা হবা; তোমাৰ বায়েৰা চমৰিয়াৰ পান-পাত্ৰ বিস্ময় আৰু ধ্বংস-

জনক পান-পাত্র। [৩৪] তুমি তাত পান করিবা, চুচি খাবা, তার খোলাবোর চোবাবা, আৰু তোমার স্তন বিদারিবা; কিয়নো, প্রভু যিহোৱাই কৈছে, ময়েই ইয়াক কলোঁ। [৩৫] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, তুমি মোক পাহরিলা, আৰু মোক পাছ-ফাললৈ পেলালা; এই নিমিত্তে তুমিও আপোনার ব্যভিচার আৰু বেশ্যাকর্ম্মর ফল ভোগ করিবা।

[৩৬] যিহোৱাই মোক আৰু কলে, হে মনুষ্য-সন্তান, তুমি অহলা আৰু অহলীবার ওপরত গোচর নকরা নে? তেন্তে সিহঁতর ঘিণলগীয়া কার্য্যবোর সিহঁতক বুজুউৱা। [৩৭] কিয়নো সিহঁতে ব্যভিচার করিলে, আৰু সিহঁতর হাতত তেজ লাগি আছে; সিহঁতে আপোনাবিলাকর মূর্ত্তি-বোরে সৈতে ব্যভিচার করিলে, আৰু সিহঁতে মোর নিমিত্তে প্রসব করা সিহঁতর সন্তানবিলাক গ্রাসিত হবলৈ সেইবোরর উদ্দেশে জুইর মাজেদি সিহঁতক গমনো করালে। [৩৮] সিহঁতে মোলৈ এইটোও করিলে, যে, সিহঁতে সেই দিনাই মোর ধর্ম্মধাম অশুচি করিলে, আৰু মোর বিশ্রাম-দিনবোর অপবিত্র করিলে। [৩৯] কিয়নো, সিহঁতে আপোনাবিলাকর মূর্ত্তিবোরর উদ্দেশে আপোন আপোন সন্তানবিলাকক বধ করার পাছে, সেই দিনাই মোর ধর্ম্মধামলৈ আহি তাক অপবিত্র করিলে; দেখা, মোর গৃহর মাজতে সিহঁতে এই প্রকার করিলে। [৪০] আৰু ইয়ার বাহিরেও তোমালোক দুজনীয়ে দূরৈর মানুহক আহিবলৈ মাতিলা, সিহঁতলৈ এজন দূত পঠোৱা হৈছিল; আৰু দেখা, সিহঁত আহিল; সিহঁতর নিমিত্তে তুমি গা ধুলা, তোমার চকুত কাজল দিলা, আৰু অলঙ্কারেরে আপোনাকে বিভূষিতা করিলা; [৪১] আৰু তুমি রাজকীয় শয্যাত বহিলা, আৰু তার আগত এখন মেজ সজোৱা হলত তার ওপরত তুমি মোর ধূপ আৰু মোর তেল থলা। [৪২] আৰু নিশ্চিন্তে থকা লোকসমূহর কোলাহল তাইর তাত শুনা গল, আৰু সামান্য শ্রেণীর মানুহবিলাকর লগত অরণ্যর পরা মতোৱালবোর অনা হল; সিহঁতে সেই দুজনীর হাতত খারু আৰু মূরত সুন্দর মুকুট দিলে। [৪৩] তেতিয়া ব্যভিচারত বুঢ়ী হোৱা জনীর বিষয়ে ময় কলোঁ, সিহঁতে তাইর লগত আৰু তাই সিহঁতর লগত এতিয়া বেশ্যাকর্ম্ম করিব। [৪৪] পাছে পুরুষবোরে বেশ্যাত গমন করা নিচিনাকৈ সিহঁতে তাইত গমন করিলে; এই দরে সিহঁতে সেই ব্যভি-চারিণী তিরুতা অহলা আৰু অহলীবাত গমন করিলে। [৪৫] মানুহে ব্যভিচারিণীক ও রক্তপাত-কারিণীক দণ্ড দিয়ার দরে ধার্ম্মিকবিলাকে সিহঁত দুজনীক দণ্ড দিব; কিয়নো সিহঁত ব্যভি-চারিণী, আৰু সিহঁতর হাতত তেজ লাগি আছে। [৪৬] কারণ প্রভু যিহোৱাই এই কথা কৈছে, ময় সিহঁতর বিরুদ্ধে সমাজক আনিম; আৰু ময় সিহঁতক ত্রাসর বিষয় ও লুটদ্রব্যস্বরূপ হবলৈ দিম। [৪৭] সমাজে সিহঁতলৈ শিল দলিয়াব, আৰু আপোন আপোন তরোৱালেরে সিহঁতক ডোখর ডোখর করিব; সিবিলাকে সিহঁতর পো-জীবো-রক বধ করিব, আৰু জুই দি সিহঁতর ঘরবোর পুড়িব। [৪৮] এই দরে ময় দেশর পরা ব্যভিচার দূর করিম; তাতে সকলো তিরুতাই তোমা-লোকর ব্যভিচারমতে কার্য্য নকরিবলৈ শিকিব। [৪৯] আৰু লোকবিলাকে তোমালোকর ব্যভিচারর বোজা তোমালোকর ওপরত রাখিব, আৰু তোমালোকে আপোনাবিলাকর মূর্ত্তিসম্বন্ধীয় পাপর ভার ববা; তাতে, ময় যে প্রভু যিহোৱা, তাক তোমালোকে জানিবা।

কহে ধরা টৌর দৃষ্টান্ত।

**২৪** পুনরায় নরম বছরর দশম মাহর দশম দিনা যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি এই দিনর, এই দিনরেই নাম লিখা; আজি এই দিনাই বাবি-লর রজাই যিরূচালেম আক্রমণ করিছে। [৩] তুমি সেই বিদ্রোহী বংশর আগত দৃষ্টান্ত দি সিবিলা-কক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, তুমি টৌটো বহোৱা, তাক বহোৱা আৰু তাত পানী বাকি দিয়া। [৪] তাত দিব লগীয়া ডোখর-বোর, পাছ-পিরা, আগ-পিরা আদি উত্তম উত্তম ডোখরবোর তার মাজত গোটাই দিয়া, উত্তম হাড়বোরেরে তাক পূর করা। [৫] জাকর মাজর উত্তম মেরবোর লোৱা, আৰু টৌটোর তলত হাড়বোরো দ'মোৱা, তাক ভালকৈ উতলোৱা, এনে কি, তার মাজত হাড়বোর সিজোক।

[6] এই হেতুকে প্রভু যিহোৱাই কৈছে, কহে ধরা আরু কহ মুগুচা টৌরূপ রক্তপাতকারিণী নগরীর সন্তাপ হব ; তুমি চিঠি নেখেলোৱাকৈ এডোখর এডোখরকৈ তার সকলোকে উলিওৱা। [7] কিয়নো তাই করা রক্তপাত তাইর মাজত আছে ; তাই শুদা শিলর ওপরত তাক রাখিছে, ধুলিরে ঢাকি রাখিবর নিমিত্তে মাটির ওপরত তাক ঢলা নাই। [8] প্রতিকার সাধিবর অর্থে ক্রোধ তুলিবলৈ, তাই উলিওৱা রক্ত ঢাক নেখাবর নিমিত্তে ময় তাক শুদা শিলত রাখিলোঁ। [9] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, রক্তপাতকারিণী নগরীর সন্তাপ হব ; ময়ো দ'মটো ডাঙর করিম। [10] খরি দ'মোৱা, জুই বড়কৈ জ্বলোৱা, মাংস ভালকৈ সিজোৱা, জোল ডাঠ করা, আরু হাড়বোর জ্বলি যাব দিয়া। [11] তার পাছত টৌটো গরম হবলৈ, তার পিত্তল পুরিবলৈ, তার মল তাত গলিবলৈ, আরু তার কহ শুচিবলৈ তার আঙ্গঠার ওপরত তাক খালিকৈ বহোৱা। [12] সেয়ে মোক পরিশ্রমেরে ক্লান্ত করিলে, তথাপি তার বড় কহ তার পরা নুগুচে ; তাক জুইত দিব লাগে। [13] তোমার অশৌচ ব্যভিচারযুক্ত ; ময় তোমাক শুচি করিবলৈ যত্ন করাতো তুমি শুচি নহলা, এই কারণে ময় তোমার ওপরত মোর ক্রোধ মার নিনিয়ালৈকে তুমি আপোন অশৌচর পরা আরু শুচি নহবা। [14] ময় যিহোৱাই ইয়াক কলোঁ ; এয়ে ঘটিব, আরু ময় ইয়াক সিদ্ধ করিম ; ময় ক্ষান্ত নহম, দয়া নকরিম, বা মন নেপালটাম ; তোমার আচরণ আরু কার্য্য অনুসারে তোমাক দণ্ড দিয়া যাব, ইয়াক প্রভু যিহোৱাই কৈছে।

ভাববাদীর ভার্য্যার মৃত্যু।

[15] পুনরায় যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [16] হে মনুষ্য-সন্তান, দেখা, ময় আঘাতেরে তোমার চকুর তৃপ্তিজনক বস্তু তোমার পরা দূর করিম ; তথাপি তুমি বিলাপ কি ক্রন্দন নকরিবা, আরু তোমার চকু-লো বৈ নেযাওক। [17] তুমি হুমুনিয়াহ পেলোৱা; কিন্তু বড়কৈ নহয় ; মৃত লোকর নিমিত্তে শোক নকরিবা, তোমার মূরত পাগুরি বান্ধা, আরু ভরিত জোতা পিন্ধা, তোমার ওঁঠ নেঢাকিবা, আরু মানুহবিলাকে দিয়া পিঠা নেখাবা। [18] রাতিপুৱা ময় মানুহবিলাকক সেই রূপে কলোঁ ; গধুলি মোর ভার্য্যার মৃত্যু হল, আরু আজ্ঞা পোৱার দরে ময় রাতিপুৱা করিলোঁ। [19] লোকবিলাকে মোক কলে, তুমি যে এইবোর করিছা, এইবোর নো আমাত কি রূপে খাটিছে ? তুমি আমাক নোকোৱা নে ? [20] তেতিয়া ময় সিবিলাকক কলোঁ, যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [21] তুমি ইস্রায়েল-বংশক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, দেখা, তোমালোকর বলদায়ক অহঙ্কারর স্থল, তোমালোকর চকুর তৃপ্তিজনক আরু তোমালোকর প্রাণর আকাঙ্ক্ষিত বস্তু যি মোর ধর্ম্মধাম, তাক ময় অপবিত্র করিম, আরু তোমালোকে এরি যোৱা তোমালোকর পো-জীবিলাক তরোৱালর দ্বারায় পতিত হব। [22] তাতে ময় করার দরে তোমালোকেও করিবা ; তোমালোকে আপোনাবিলাকর ওঁঠ নেঢাকিবা, বা মানুহবিলাকে দিয়া পিঠা নেখাবা ; [23] তোমালোকর পাগুরি তোমালোকর মূরত, আরু তোমালোকর জোতা তোমালোকর ভরিত থাকিব ; তোমালোকে বিলাপ কি ক্রন্দন নকরিবা, কিন্তু আপোন আপোন অপরাধত ক্ষীণ হৈ যাবা, আরু এজনে আন জনর আগত কেঁকাব। [24] এই রূপে যিহিস্কেল তোমালোকর চিনস্বরূপ হব ; তেওঁ করা আটাই কার্য্য অনুসারে তোমালোকেও করিবা। এয়ে যেতিয়া ঘটিব, তেতিয়া, ময় যে প্রভু যিহোৱা, তাক তোমালোকে জানিবা।

[25] আরু হে মনুষ্য-সন্তান, শুনা ; যি দিনা ময় সিবিলাকর বল, সিবিলাকর আনন্দদায়ক গৌরবর স্থল, সিবিলাকর চকুর তৃপ্তিজনক আরু মনর অভিলষিত বস্তু, আরু সিবিলাকর পো-জীবিলাকক সিবিলাকর পরা দূর করিম, [26] সেই দিনা, পলাই রক্ষা পোৱা লোকে সেই কথা তোমার কাণত পেলাবলৈ তোমার ওচরলৈ নাহিব নে ? [27] সেই দিনা তোমার মুখ পলাই রক্ষা পোৱা জনর আগত মুকলি হব ; তাতে তুমি কথা কবা, বোবা আরু নহবা। এই রূপে তুমি সিবিলাকর আগত চিনস্বরূপ হবা, আরু ময় যে যিহোৱা, তাক সিবিলাকে জানিব।

অম্মোনর সন্তানবিলাকর বিরুদ্ধে কোৱা ভাববাণী।

**২৫** পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি অম্মোনর সন্তানবিলাকর ফাললৈ মুখ করি সিহঁতর বিরুদ্ধে ভাববাণী প্রচার করা। [৩] তুমি অম্মোনর সন্তানবিলাকক কোৱা, তোমালোকে প্রভু যিহোৱার বাক্য শুনা। প্রভু যিহোৱাই এই কথা কৈছে, মোর ধৰ্ম্মধাম অপবিত্র হলত তার অহিতে, ইস্রায়েল-ভূমি ধ্বংস করা হলত তার অহিতে, আরু যিহূদা-বংশ দেশান্তরলৈ গলত সেই বংশর অহিতে ভাল হৈছে বুলি তুমি কলা। [৪] এই হেতুকে দেখা, অধিকারর অর্থে ময় তোমাক পূবদেশীয় সন্তানবিলাকর হাতত সোধাই দিম; সিহঁতে তোমার মাজত আপোন আপোন ছাউনি পাতিব, আরু তোমার মাজত আপোন আপোন বসতিস্থান করিব; সিহঁতে তোমার ফল খাব, আরু তোমার গাখীর পান করিব। [৫] আরু ময় রব্বাক উটশাল, আরু অম্মোনর সন্তানবিলাকর দেশ মের শোৱা গঁরাল করিম; তাতে, ময় যে যিহোৱা, তাক তোমালোকে জানিবা। [৬] কিয়নো প্রভু যিহোৱাই এই কথা কৈছে, তুমি হাত-তালি দিলা, মাটিত ভরি মারিলা, আরু ইস্রায়েল দেশর অহিতে তোমার প্রাণর সম্পূর্ণ হিংসারে আনন্দ করিলা। [৭] এই হেতুকে দেখা, ময় তোমার অহিতে মোর হাত মেলি জাতিবিলাকর গুরিত লুটদ্রব্যস্বরূপে তোমাক সোধাই দিম; ময় জাতিবিলাকর পরা তোমাক উচ্ছন্ন করিম, আরু দেশবোরর মাজর পরা তোমাক লুপ্ত করিম। ময় তোমাক বিনষ্ট করিম; তাতে, ময় যে যিহোৱা, তাক তুমি জানিবা।

মোৱাবর, ইদোমর, আরু পলেষ্টীয়াবিলাকর বিরুদ্ধে কোৱা ভাববাণী।

[৮] প্রভু যিহোৱাই এই কথা কৈছে, মোৱাব আরু চেয়ীরে কয়, "দেখা, যিহূদা-বংশ আন আটাই জাতিরে নিচিনা হল;" [৯] এই হেতুকে দেখা, নগর কেইখনর পোনে, বৈৎ-যিচীমোৎ, বাল-মিয়োন, আরু কিরিয়াথয়িম, দেশর গৌরব-স্বরূপ মোৱাবর সীমাত থকা তার এই নগর কেইখনর পোনে, [১০] অম্মোনর সন্তানবিলাকর অহিতে যাবলৈ পূবদেশীয় সন্তানবিলাকর নিমিত্তে ময় মোৱাবর দাঁতিত বাট উলিয়াম, আরু অম্মোনর সন্তানবিলাক জাতিবিলাকর সোঁৱরণত নেথাকিবর নিমিত্তে ময় অধিকারর অর্থে সেইবোর সিহঁতক দিম। [১১] আরু ময় মোৱাবক দণ্ড দিম; তাতে, ময় যে যিহোৱা, তাক সিহঁতে জানিব।

[১২] প্রভু যিহোৱাই এই কথা কৈছে, ইদোমে প্রতিকার সাধিবর মনেরে যিহূদা-বংশর অহিতে কার্য্য করিলে, আরু সিবিলাকর প্রতিকার সাধি অতিশয় দোষ করিলে। [১৩] এই নিমিত্তে প্রভু যিহোৱাই এই কথা কৈছে, ময় ইদোমর অহিতে মোর হাত মেলি তার পরা মানুহ আরু পশু সকলোকে উচ্ছন্ন করিম; আরু তৈমনরে পরা ময় তাক ধ্বংসস্থান করিম, দদানলৈকে সিহঁত তরোৱালর দ্বারায় পতিত হব। [১৪] মোর প্রজা ইস্রায়েলর হাতর দ্বারায় ময় ইদোমর ওপরত মোর প্রতিকার সাধিম; আরু সিবিলাকে মোর ক্রোধ ও কোপ অনুসারে ইদোমত কার্য্য করিব; তেতিয়া, প্রভু যিহোৱাই কৈছে, ময় প্রতিকার সধা কি, তাক সিহঁতে জানিব।

[১৫] প্রভু যিহোৱাই এই কথা কৈছে, পলেষ্টীয়াহঁতে প্রতিকার সাধিবর মনেরে কার্য্য করিলে, আরু চিরস্থায়ী শত্রুতারে বিনষ্ট করিবলৈ মনর হিংসারে প্রতিকার সাধিলে। [১৬] এই নিমিত্তে প্রভু যিহোৱাই এই কথা কৈছে, দেখা, ময় পলেষ্টীয়াহঁতর অহিতে মোর হাত মেলি করেথীয়াহঁতক উচ্ছন্ন করিম, আরু সমুদ্রর কোষত থকা অবশিষ্ট ভাগক সংহার করিম। [১৭] আরু কোপযুক্ত নানা ধমকি দি ময় সিহঁতর ওপরত মহাপ্রতিকার সাধিম; আরু ময় প্রতিকার সাধিলে, ময় যে যিহোৱা তাক সিহঁতে জানিব।

তূরর বিনাশর বিষয়ে কোৱা ভাববাণী।

**২৬** পাছে একাদশ বছরত মাহর প্রথম দিনা যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তূরে যিরূচালেমর অহিতে কলে, "ভাল হৈছে, জাতিবিলাকর দুৱার ভগ্ন

হল; সেয়ে মোলৈ মুকলি হল; সেই নগর নষ্ট হোৱার কারণে ময় পরিপূর্ণ হম;” [৩] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, হে তূর, দেখা, ময় তোমার বিপক্ষ; সমুদ্রই আপোন ঢৌ উঠুউৱাদি ময় তোমার অহিতে অনেক জাতিক উঠাম। [৪] তাতে সিহঁতে তূরর গড়বোর নষ্ট করিব, আরু তার ওখ ঘরবোর ভাঙ্গি পেলাব; আরু ময় তার পরা তার ধূলি চুরুকি পেলাই তাক শুদা শিল করিম। [৫] সেই নগর সমুদ্রর মাজত জাল মেলি দিয়া ঠাই হব; কিয়নো, প্রভু যিহোৱাই কৈছে, ময় ইয়াক কলোঁ; আরু সেই নগর জাতিবিলাকলৈ লুট-দ্রব্যস্বরূপ হব। [৬] আরু গাঁৱেভুঁয়ে থকা তার জীয়ারীবিলাকক তরোৱালেরে বধ করা হব; তাতে, ময় যে যিহোৱা, তাক সিহঁতে জানিব। [৭] কিয়নো প্রভু যিহোৱাই এই কথা কৈছে, দেখা, ঘোঁরা, রথ, অশ্বারোহী, সৈন্যদল, আরু অনেক লোকে সৈতে উত্তরর পরা ময় রাজাধিরাজ বাবিলর রজা নবুখদ্রেচরক তূরলৈ আনিম। [৮] তেওঁ গাঁৱেভুঁয়ে থকা তোমার জীয়েরাইঁতক তরোৱালেরে বধ করিব, তোমার অহিতে কোঁঠ সাজিব, তোমার অহিতে হাদাম বান্ধিব, আরু তোমার অহিতে ঢাল পাত্তিব। [৯] আরু তেওঁ তোমার গড়র অহিতে গড় ভঙ্গা যন্ত্র স্থাপন করিব, আরু কুঠারেরে তোমার ওখ ঘরবোর ভাঙ্গিব। [১০] তেওঁর ঘোঁরাবোর অধিক হোৱাত সেইবোরর ধূলিয়ে তোমাক ঢাকিব; মানুহে গড় ভাঙ্গি নগরত সোমোৱাদি তেওঁ তোমার নগরর দুৱারত সোমোৱা কালত, অশ্বারোহী, গাড়ী, আরু রথর শবদত তোমার গড়বোর লরিব। [১১] তেওঁ আপোনার ঘোঁরাবোরর খুরারে তোমার আটাইবোর আলি গচকিব; তেওঁ তরোৱালেরে তোমার প্রজাবিলাকক বধ করিব, আরু তোমার দৃঢ় স্তম্ভবোর মাটিরে সমান হব। [১২] শত্রুবোরে তোমার সম্পত্তি লুট করিব, আরু তোমার বাণিজ্যদ্রব্য কাঢ়ি নিব; সিহঁতে তোমার গড় ভাঙ্গি পেলাব, তোমার মনোহর ঘরবোর বিনষ্ট করিব, আরু তোমার শিল, কাঠ, আরু ধূলি জলসমূহর মাজত পেলাব। [১৩] ময় তোমার গানর শবদ নাইকিয়া করিম; তোমার বীণার স্বর আরু শুনা নেযাব। [১৪] আরু, ময় তোমাক শুদা শিল করিম; তুমি জাল মেলা ঠাই হবা; তোমাক আরু সজা নেযাব; কিয়নো, প্রভু যিহোৱাই কৈছে, ময় যিহোৱাই ইয়াক কলোঁ।

[১৫] প্রভু যিহোৱাই তূরক এই রূপে কৈছে, যেতিয়া খুন হোৱাবোরে কেঁকাব, যেতিয়া তোমার মাজত হত্যা হব, তেতিয়া তোমার পতনর শবদত দ্বীপবোর নকঁপিব নে? [১৬] সেই সময়ত সমুদ্রর আটাই অধিপতিয়ে আপোন আপোন সিংহাসনর পরা নামি আপোন আপোন রাজবস্ত্র ত্যাগ করিব, আপোন আপোন কার্চেফি বন করা কাপর সোলোকাই পেলাব, ত্রাসরূপ বস্ত্র পিন্ধিব, মাটিত বহিব, প্রত্যেক মুহূর্ত্তে কঁপিব, আরু তোমাক দেখি বিস্ময় মানিব। [১৭] আরু সিবিলাকে তোমার অর্থে বিলাপ করি-বলৈ ধরি তোমাক কব, যি নগরীয়ে সাগর-নিবাসীবিলাকক আপোন ভয় লগাইছিল, সমুদ্র-ব্যৱসায়ী, আপোন নিবাসীবিলাকে সৈতে সমুদ্রত পরাক্রমী, আরু বিখ্যাত সেই নগরী যি তুমি, তুমি কেনে বিনষ্ট হলা! [১৮] তোমার পতনর দিনত দ্বীপবোর কঁপিব, এনে কি, তুমি লুপ্ত হোৱাত সমুদ্রত থকা দ্বীপবোর বিহ্বল হব। [১৯] কিয়নো প্রভু যিহোৱাই এই কথা কৈছে, নিবাসীশূন্য নগরবোরর নিচিনা যেতিয়া ময় তোমাক উচ্ছন্ন নগরী করিম, যেতিয়া ময় তোমার ওপরলৈ অগাধ জলসমূহ আনিম, আরু মহাজলসমূহে তোমাক ঢাকিব, [২০] তেতিয়া, তুমি বাসস্থান নহবর নিমিত্তে, ময় তোমাক গাঁতলৈ নামিব লগাবোরে সৈতে আগর কালর লোক-বিলাকর ওচরলৈ নমাম, আরু পৃথিবীর তল ভাগত, আগর কালর পরা উচ্ছন্ন হোৱা ঠাই-বোরত, গাঁতলৈ নামিব লগাবোরর লগত বাস করাম; আরু ময় জীবিত লোকর দেশত গৌরব স্থাপন করিম। [২১] ময় তোমাক ত্রাসর বিষয় করিম; তুমি আরু নহবা; তোমাক বিচা-রিলেও আরু কেতিয়াও পোৱা নেযাব, এয়ে প্রভু যিহোৱার বচন।

তূরর বিনাশর কারণে করা বিলাপ।

**২৭** পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি তূরর

বিষয়ে বিলাপ আরম্ভ করা, ৩ আরু সাগরর প্রবেশস্থান-নিবাসিনী, অনেক দ্বীপত জাতিবিলাকর বাণিজ্যকারিণী তূরক কোবা প্রভু যিহোবাই এই কথা কৈছে, হে তূর, তুমি কৈছিলা, ময় পরমসুন্দরী। ৪ তোমার সীমার ভিতরর ঠাইখন গভীর সমুদ্রর মাজত আছিল; তোমার নির্ম্মাণকারীবোরে তোমার সৌন্দর্য্য সম্পূর্ণ করিছিল। ৫ সিহঁতে চনীরর পরা অনা দেবদারু কাঠেরে তোমার সকলো তক্তা বনাইছিল; সিহঁতে তোমার নিমিত্তে এডাল মাস্তুল করিবলৈ লিবানোনর পরা এরচ কাঠ আনিছিল। ৬ সিহঁতে বাচানদেশীয় এলোন কাঠেরে তোমার বঠাবোর তৈয়ার করিছিল; সিহঁতে কিত্তীম দ্বীপবোরর পরা অনা তাচুর কাঠত লগোবা হাতিদাঁতর তোমার বঠা বাওঁতাবোরর আসনবোর করিছিল। ৭ তোমালৈ নিচানস্বরূপ হবর নিমিত্তে, তোমার পাল মিচর দেশর পরা অনা কার্চৈফি বন করা মিহি শণ সূতারে করা হৈছিল; তোমার চন্দ্রতাপ ইলীচা দ্বীপবোরর পরা অনা নীল আরু বেঙেনা বরণীয়া সূতারে বনোবা হৈছিল। ৮ চীদোন আরু অর্বদ-নিবাসীবোর তোমার বঠা বাওঁতা আছিল; হে তূর, তোমার জ্ঞানী লোক তোমার মাজত তোমার আড়কাটি আছিল। ৯ গবলর বৃদ্ধবিলাক আরু তার জ্ঞানী লোকবিলাক তোমার মাজত তোমার বিন্ধা মারোঁতা আছিল; তোমার বাণিজ্য-দ্রব্য তোলা-নমা করিবলৈ সমুদ্রর আটাই জাহাজবোর আরু সেইবোরর নাবিকবোর তোমার মাজত আছিল। ১০ পারস্য, লূদ, আরু পূটদেশীয় লোক তোমার সৈন্যসামন্তর মাজত তোমার রণুবা আছিল; সিহঁতে তোমার মাজত ঢাল আরু শিরোরক্ষক টুপি আরি থৈছিল; সিহঁতে তোমাক সুশোভিতা করিছিল। ১১ তোমার সৈন্যসামন্তেরে সৈতে অর্বদর লোকবিলাক চারিওফালে তোমার গড়র ওপরত আছিল, আরু গম্মদীয়া লোকবিলাক তোমার ওখ ঘরবোরত আছিল; সিহঁতে চারিওফালে তোমার গড়র ওপরত আপোন আপোন ঢাল আরি থৈছিল; সিহঁতে তোমার সৌন্দর্য্য সম্পূর্ণ করিছিল। ১২ তোমার সকলো প্রকার ধন-ঐশ্বর্য্যর কারণে তর্চীচ তোমার বণিক আছিল; সিহঁতে রূপ, লোহা, বগিতাম, আরু সিহ দি তোমার মাল লৈছিল। ১৩ যাবন, তূবল, আরু মেচেক তোমার বেপারী আছিল; সিহঁতে মানুহ আরু পিত্তলর পাত্র দি তোমার বাণিজ্য-দ্রব্য লৈছিল। ১৪ তোগর্মা বংশীয় মানুহবোরে ঘোঁরা, যুদ্ধারু ঘোঁরা, আরু খচ্চর দি তোমার মাল লৈছিল। ১৫ দদানর মানুহবোর তোমার বেপারী আছিল; অনেক দ্বীপ তোমার অধীনর বজার আছিল; সিহঁতে শিঙর আকৃতির হাতিদাঁত আরু আব্লুচ কাঠ তোমাক সলনি দিছিল। ১৬ তোমার হাতেরে সজা অনেক বস্তুর নিমিত্তে অরাম তোমার বণিক আছিল; সিহঁতে মরকত মণি, বেঙেনা বরণীয়া সূতা, কার্চৈফি বন করা কাপর, মিহি শণ সূতার কাপর, পোবাল, আরু পদ্মরাগ মণি দি তোমার বাণিজ্য-দ্রব্য লৈছিল। ১৭ যিহূদা আরু ইস্রায়েল দেশ তোমার বেপারী আছিল; সিবিলাকে মিন্নীতর ঘেঁহু ধান, পন্নগ মিঠাই, মৌ, তেল, আরু সুস্থজনক গছর এঠা দি তোমার মাল লৈছিল। ১৮ তোমার হাতেরে সজা অধিক বস্তু আরু তোমার সকলো প্রকার ধন-ঐশ্বর্য্যর কারণে দম্মেচক তোমার বণিক আছিল; তার লোকবিলাকে হিল্বোনর দ্রাক্ষারস আরু মেরর বগা নোম আনিছিল। ১৯ উজালত থকা বদানে আরু যাবনে তোমার বস্তুর নিমিত্তে বাণিজ্য করিছিল; তোমার বাণিজ্য-দ্রব্যর মাজত উজ্জ্বল লোহা, তেজপাত, আরু সুগন্ধি বচ আছিল। ২০ ঘোঁরাত উঠিবর নিমিত্তে জীন কাপরর, দদান তোমার বেপারী আছিল। ২১ আরব, আরু কেদরর আটাই মুখ্য লোক তোমার অধীনর বণিক আছিল; সিবিলাক মের পোবালি, মটা মের, আরু মটা ছাগ, এইবোরর তোমার বণিক আছিল। ২২ চিবার আরু রয়মার বেপারীবোর তোমার বেপারী আছিল; সিহঁতে সকলো বিধর শ্রেষ্ঠ সুগন্ধি দ্রব্য, সকলো বিধর বহুমূল্য পাথর, আরু সোণ দি তোমার মাল লৈছিল। ২৩ হারণ, কন্নি, এদন, চিবা, অচূর, আরু কিল্মদর বেপারীবোর তোমার বেপারী আছিল। ২৪ বহুমূল্য বস্ত্র, নীল বরণীয়া আরু কার্চৈকি বন করা জামা, আরু রচিরে বন্ধা এরচ কাঠর তৈয়ারি বহুমূল্য কাপর থকা চন্দুক, তোমার বজারলৈ অনা এইবোর

বস্তুরেই সিহঁত তোমার বেপারী আছিল। [২৫] তর্চীচর জাহাজবোর তোমার বাণিজ্য-দ্রব্য লৈ যোৱা বণিকর দলস্বরূপ আছিল, আরু তুমি পরিপূর্ণা হৈ সমুদ্রর মাজত অতিশয় গৌরবান্বিতা হৈছিলা। [২৬] তোমার বঠা বাওঁতাবোরে তোমাক মহাজলসমূহর মাজলৈ লৈ গল; পূবর বতাহে সমুদ্রর মাজত তোমাক ভাঙ্গিলে। [২৭] তোমার মাজত থকা ধন-সম্পত্তি, মাল, বাণিজ্য-দ্রব্য, নাবিক, আড়কাটি, বিন্ধা মারোঁতা, বাণিজ্য-দ্রব্য তোলা-নমা করোঁতাবোর, আরু সকলো যুদ্ধারু তোমার মাজত থকা সকলো লোকসমূহে সৈতে তোমার পতনর দিনা সমুদ্রর মাজত পতিত হল; [২৮] তোমার আড়কাটিবোরর চিঞরর শবদত তোমার চারিওফালর ঠাইবোর কঁপিছে। [২৯] আটাই বঠা বাওঁতা, নাবিক, আরু সমুদ্রর আটাই আড়কাটিয়ে আপোন আপোন জাহাজর পরা নামি বামত থিয় হৈ, [৩০] তোমার বিষয়ে সিহঁতর মাত শুনাইছে, বড় বেজারেরে চিঞরি আপোন আপোন মূরত ধূলি চটিয়াই ছাইত বাগরিছে, [৩১] তোমার নিমিত্তে নিজর নিজর মূর টকলা করিছে, চট কাপরেরে কঁকাল বান্ধিছে, আরু অত্যন্ত শোকেরে মনর তাপত তোমার নিমিত্তে কান্দিছে। [৩২] আরু হাহাকার করোঁতে সিহঁতে তোমার নিমিত্তে বিলাপ করিবলৈ ধরি, তোমার বিষয়ে এই বিলাপর কথা কৈছে, তূরর নিচিনা, সমুদ্রর মাজত নিস্তব্ধে থকা জনীরেই নিচিনা কোন আছে? [৩৩] সমুদ্রর পরা তোমার মাল ওলোৱা সময়ত তুমি অনেক জাতিক পরিপূর্ণ করিছিলা; তোমার অধিক ধন-সম্পত্তি আরু বাণিজ্য-দ্রব্যেরে পৃথিবীর রজাবিলাকক তুমি চহকী করিছিলা। [৩৪] সমুদ্রর দ্বারায় জলসমূহর গভীর ঠাইবোরত তুমি ভগ্ন হোৱা সময়ত, তোমার বাণিজ্য-দ্রব্য আরু তোমার আটাই দল তোমার মাজত পতিত হল। [৩৫] দ্বীপ-নিবাসী সকলোৱে তোমাক দেখি আশ্চরিত হৈছে, আরু সিহঁতর রজাবিলাকর নোম শিয়রি উঠিছে, আরু সিবিলাকর বদন বিকৃত হৈছে। [৩৬] জাতিবিলাকর মাজত থকা বণিকবিলাকে তোমাক দেখি ইচ ইচ করিছে। তুমি ত্রাসর বিষয় হলা, তুমি আরু কেতিয়াও নহবা।

তূরর অধিপতিজনর পতন।

**২৮** পাছে যিহোৱার বাক্য পুনরায় মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি তূরর অধিপতিজনক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, তোমার হৃদয় গর্ব্বিত হল, আরু তুমি কৈছা, মই ঈশ্বর, মই সমুদ্রর মাজত ঈশ্বরর আসনত বহি আছোঁ; যদিও তুমি আপোন মনক ঈশ্বরর মন বুলি মানিছা, তথাপি তুমি মানুহ মাথোন, ঈশ্বর নোহোৱা। [৩] দেখা, তুমি দানিয়েলতকৈ জ্ঞানী; লোকে তোমার পরা লুকুৱাই রাখিব পরা কোনো গুপুত কথা নাই। [৪] তোমার জ্ঞান আরু বুদ্ধিরে তুমি আপোনাকে চহকী করিলা, সোণ আরু রূপ আর্জ্জি তোমার ভঁরালত রাখিলা। [৫] তুমি আপোন মহৎ জ্ঞান আরু বাণিজ্যর দ্বারায় তোমার ধন-সম্পত্তি বঢ়ালা, আরু তোমার ধন-সম্পত্তির কারণে তোমার মন গর্ব্বিত হল। [৬] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, তুমি আপোন মনক ঈশ্বরর মন বুলি মানিছা; [৭] এই কারণে দেখা, মই বিদেশীবোরক, জাতিবিলাকর মাজর ভয়ানকবোরকেই তোমার অহিতে আনিম; সিহঁতে তোমার জ্ঞান-কান্তির অহিতে আপোন আপোন তরোৱাল ফাঁকর পরা উলিয়াব, আরু তোমার উজ্জ্বলতা কলুষিত করিব। [৮] সিহঁতে তোমাক গাঁতলৈ নমাব; আরু তুমি হত লোকর দরে সাগরর মাজ ঠাইত মরিবা। [৯] যি লোকে তোমাক বধ করিব, সেই লোকর আগত তুমি তেতিয়াও মই ঈশ্বর বুলি কবা নে? যি জনে তোমাক মারিব, সেই জনর হাতত তুমি মনুষ্যমাত্র, ঈশ্বর নোহোৱা। [১০] তুমি বিদেশীবোরর হাতত অচুন্নৎইতর দরে মরিবা; কিয়নো, প্রভু যিহোৱাই কৈছে, মই ইয়াক কলোঁ।

[১১] পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [১২] হে মনুষ্য-সন্তান, তুমি তূরর রজার বিষয়ে বিলাপ করিবলৈ ধরা, আরু তেওঁক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, তুমি সর্ব্বগুণর সমষ্টি, পূর্ণজ্ঞানী, আরু পরমসুন্দর। [১৩] তুমি ঈশ্বরর বারী এদনত আছিলা; চুণি, পীত মণি, হীরা, বৈদূর্য্য মণি, গোমেদক,

সূৰ্য্যকান্ত, নীলকান্ত, পদ্মৰাগ, মৰকত আদি সকলো বহুমূল্য পাথৰ, আৰু সোণ তোমাৰ আবৰণ আছিল; তোমাৰ খঞ্জৰি আৰু বাঁহীৰ বাদ্য তোমাৰ মাজত আছিল; তুমি সৃষ্ট হোৱা দিনাই সেইবোৰ যুগুত কৰা হৈছিল। [১৪] তুমি ঢাকি ধৰোঁতা অভিষিক্ত কৰূব আছিলা; ঈশ্বৰৰ পবিত্ৰ পৰ্ব্বতত তুমি থাকিব পৰাকৈ মই তোমাক স্থাপন কৰিছিলোঁ; তুমি জুইৰ নিচিনা চকমকীয়া পাথৰবোৰৰ মাজত অহাযোৱা কৰিছিলা; [১৫] তোমাত অন্যায় পোৱা নোযোৱালৈকে তুমি সৃষ্ট হোৱা দিনৰ পৰা তোমাৰ আচাৰ-ব্যৱহাৰত সিদ্ধ আছিলা। [১৬] তোমাৰ বাণিজ্যৰ বাহুল্যত তোমাৰ ভিতৰখন অত্যাচাৰেৰে পৰিপূৰ্ণ হোৱাৰ কাৰণে, আৰু তুমি পাপ কৰাৰ কাৰণে মই তোমাক অশুচি বুলি ঈশ্বৰৰ পৰ্ব্বতৰ পৰা বাহিৰ কৰিলোঁ; আৰু হে ঢাকি ধৰোঁতা কৰূব, জুইৰ নিচিনা চকমকীয়া পাথৰবোৰৰ মাজৰ পৰা মই তোমাক লুপ্ত কৰিলোঁ। [১৭] তোমাৰ সৌন্দৰ্য্যৰ কাৰণে তোমাৰ হৃদয় গৰ্ব্বিত হৈছিল; তোমাৰ উজ্জ্বলতাৰ কাৰণে তুমি আপোন জ্ঞান নষ্ট কৰিলা; মই তোমাক মাটিৰে সমান কৰি, ৰজাবিলাকে তোমাক দেখিবৰ নিমিত্তে তোমাক সিবিলাকৰ আগত ৰাখিলোঁ। [১৮] তোমাৰ অপৰাধ অধিক হোৱাত, তোমাৰ বাণিজ্যৰ অন্যায়েৰে তোমাৰ ধৰ্ম্মধামবোৰ তুমি অপবিত্ৰ কৰিলা; এই হেতুকে মই তোমাৰ মাজৰ পৰা অগ্নি উলিয়ালোঁ, সেয়ে তোমাক গ্ৰাস কৰিলে; আৰু তোমাক দেখাবিলাকৰ সাক্ষাতে মই তোমাক মাটিত ভস্ম কৰি পেলালোঁ। [১৯] জাতিবিলাকৰ মাজত তোমাক জনা সকলোৱেই তোমাক দেখি বিস্ময় মানিছে; তুমি ত্ৰাসৰ বিষয় হলা, তুমি আৰু কেতিয়াও নহবা।

### চীদোনৰ বিৰুদ্ধে কোৱা ভাববাণী।

[২০] পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল বোলে, [২১] হে মনুষ্য-সন্তান, তুমি চীদোনৰ ফালে মুখ কৰি তাৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা, [২২] আৰু কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, হে চীদোন, দেখা, মই তোমাৰ বিপক্ষ; মই তোমাৰ মাজত গৌৰবান্বিত হম। যেতিয়া মই তাক দণ্ড দিম, আৰু তাৰ মাজত পবিত্ৰীকৃত হম, তেতিয়া, মই যে যিহোৱা, তাক সিহঁতে জানিব। [২৩] কিয়নো মই তাৰ মাজলৈ মহামাৰী, আৰু তাৰ আলিবোৰত ৰক্তপাত কৰিবলৈ মানুহ পঠাম; আৰু চাৰিওফালে তাৰ বিৰুদ্ধে ফাঁকৰ পৰা ওলোৱা তৰোৱালৰ দ্বাৰায় তাৰ মাজত হত হোৱা লোক পতিত হব; তাতে, মই যে যিহোৱা, তাক সিহঁতে জানিব। [২৪] তেতিয়া, ইস্ৰায়েল-বংশক বিন্ধোঁতা কোনো হুল, বা দুঃখ দিওঁতা কোনো কাঁইট, সিবিলাকৰ চাৰিওফালে থকা সিবিলাকক হেয়জ্ঞান কৰা লোকবিলাকৰ মাজত আৰু নহব, তাতে, মই যে প্ৰভু যিহোৱা, তাক সিহঁতে জানিব।

[২৫] প্ৰভু যিহোৱাই এই কথা কৈছে, ইস্ৰায়েল-বংশ ছিন্নভিন্ন হোৱা জাতিবিলাকৰ পৰা মই যেতিয়া সিবিলাকক গোটাম, আৰু জাতিবিলাকৰ সাক্ষাতে সিবিলাকৰ মাজত পবিত্ৰীকৃত হম, তেতিয়া মোৰ দাস যাকোবক মই দিয়া সিবিলাকৰ নিজ দেশতে সিবিলাকে বাস কৰিব। [২৬] সিবিলাকে তাত নিৰ্ভয়ে বাস কৰিব; এনে কি, সিবিলাকৰ চাৰিওফালে সিবিলাকক হিংসা কৰোঁতাবোৰক যেতিয়া মই দণ্ড দিম, তেতিয়া সিবিলাকে ঘৰ সাজিব, দ্ৰাক্ষাবাৰী পাতিব, আৰু নিৰ্ভয়ে বাস কৰিব; তাতে, মই যে সিবিলাকৰ ঈশ্বৰ যিহোৱা, তাক সিবিলাকে জানিব।

### মিচৰৰ পতন আৰু পুনঃস্থাপন।

**২৯** দশম বছৰৰ দশম মাহৰ দ্বাদশ দিনা যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি মিচৰৰ ৰজা ফৰৌণৰ ফালে মুখ কৰি তাৰ আৰু গোটেই মিচৰৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা, [৩] আৰু কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, মোৰ নৈ মোৰ নিজৰেই, আৰু নিজৰ নিমিত্তেই মই তাক কৰিলোঁ, এই বুলি কৈ আপোন নৈবোৰৰ মাজত পড়ি থকা বৃহৎ মগৰ হে মিচৰৰ ৰজা ফৰৌণ, দেখা, মই তোমাৰ বিপক্ষ। [৪] মই তোমাৰ জামুদাঁতৰ ভুৰিত হাঁকোটা লগাম, তোমাৰ নৈবোৰৰ মাছবোৰ তোমাৰ বাকলিত লগাই ৰাখিম, আৰু তোমাৰ বাকলিত লাগি

থকা তোমার নৈবোরর আটাই মাছে সৈতে তোমার নৈবোরর মাজর পরা তোমাক উলিয়াই আনিম। [৫]ময় তোমাক, আরু তোমার নৈবোরর আটাই মাছ অরণ্যত পেলাই যাম ; তুমি মুকলি পথারত পড়ি থাকিবা, তোমাক চপোৱা কি গোটোৱা নেযাব ; ময় তোমাক পৃথিবীর জন্তুর আরু আকাশর পক্ষীবোরর আহার হবলৈ দিম ; [৬]তাতে, ময় যে যিহোৱা, তাক মিচর-নিবাসী সকলোৱে জানিব। সিহঁত ইস্রায়েল-বংশলৈ নলর লাখুটিস্বরূপ ; [৭](যেতিয়া সিবিলাকে তোমাক খামোচ মারি ধরে, তেতিয়া তুমি ফাটি সাবিলাকর আটাইরে হাত ফালা ; আরু যেতিয়া সিবিলাকে তোমার ওপরত ভর দিয়ে, তেতিয়া তুমি ভাগি সিবিলাকর আটাইরে কঁকালর জোৱা লরাই সিবিলাকক অচল করা। ) [৮]এই কারণে প্রভু যিহোৱাই এই কথা কৈছে, দেখা, ময় তোমার অহিতে এখন তরোৱাল আনিম, আরু তোমার মাজর পরা মানুহ আরু পশু সকলোকে উচ্ছন্ন করিম। [৯]মিচর দেশ ধ্বংসস্থান আরু উচ্ছন্ন হব ; তাতে, ময় যে যিহোৱা, তাক সিহঁতে জানিব। কারণ সি কৈছে, নৈখন মোরেই, আরু ময়েই তাক করিলোঁ। [১০]এই নিমিত্তে দেখা, ময় তোমার, আরু তোমার নৈবোরর বিপক্ষ ; মিগ্‌দোলর পরা চিবেনিলৈকে, এনে কি, কূচর সীমালৈকে ময় মিচর দেশ সম্পূর্ণকৈ উচ্ছন্ন আরু ধ্বংসস্থান করিম। [১১]মানুহ কি পশু তার মাজেদি নচলিব, আরু চল্লিশ বছরলৈকে তাত বাস করা নহব। [১২]ধ্বংস করা দেশবোরর মাজত ময় মিচর দেশকো এক ধ্বংসস্থান করিম ; আরু উচ্ছন্ন হোৱা নগরবোরর মাজত তার নগরবোরো চল্লিশ বছরলৈকে ধ্বংসস্থান হৈ থাকিব ; ময় মিচরীয়াহঁতক জাতিবিলাকর মাজত ছিন্নভিন্ন করিম, আরু দেশবোরর মাজত গোট গোট করিম। [১৩]তথাপি প্রভু যিহোৱাই এই কথা কৈছে, যি জাতিবিলাকর মাজত মিচরীয়াহঁত ছিন্নভিন্ন হব, সেই জাতিবিলাকর মাজর পরা ময় চল্লিশ বছরর মূরত সিহঁতক চপাম। [১৪]ময় মিচরর বন্দী-অবস্থা পরিবর্ত্তন করিম, আরু সিহঁতর উৎপত্তির দেশ পথ্রোচ দেশলৈ সিহঁতক ওলোটাম ; তাতে সেই ঠাইত সিহঁত এক সামান্য রাজ্য হব। [১৫]সেয়ে রাজ্যবোরর মাজত সকলোতকৈ সামান্য হব, জাতিবিলাকর ওপরত আরু মূর নুতুলিব ; আরু জাতিবিলাকর ওপরত প্রভুত্ব নকরিবর নিমিত্তে ময় সিহঁতক হ্রাস করিম। [১৬]সিহঁত ইস্রায়েল-বংশর বিশ্বাস-ভূমি আরু নহব, আরু সিহঁতর পাছত যাবলৈ সিবিলাকে মুখ করা কালত সিহঁত অপরাধ সোঁৱরণ করাওঁতাও আরু নহব ; তাতে, ময় যে যিহোৱা, তাক সিবিলাকে জানিব।

### যিহোৱাই মিচরক বাবিলর রজাক দিয়া, আরু তার ধ্বংস-অবস্থা।

[১৭]আরু সাতাইশ বছরর বছরির প্রথম মাহর প্রথম দিনা যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [১৮]হে মনুষ্য-সন্তান, বাবিলর রজা নবুখদ্‌রেচরে আপোন সৈন্যসামন্তক তূরর বিরুদ্ধে বড় পরিশ্রম করালে, আটাইরে মূর টকলা করা হল, আরু আটাইরে কান্ধর ছাল ছিগিল ; তথাপি তূরর বিরুদ্ধে তেওঁ করা পরিশ্রমর নিমিত্তে, তূরর পরা তেওঁ কি তেওঁর সৈন্যসামন্তই একো বেচ নেপালে। [১৯]এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, দেখা, ময় বাবিলর রজা নবুখদ্‌রেচরক মিচর দেশ দিম ; তেওঁ তার লোকসমূহক লৈ যাব, তার দ্রব্য লুট করিব, আরু তার কাঢ়ি লোৱা বস্তু লৈ যাব ; সেইবোরেই তেওঁর সৈন্যসামন্তর বেচ হব। [২০]তেওঁ পরিশ্রম করার বেচস্বরূপে ময় তেওঁক মিচর দেশ দিম ; কারণ, প্রভু যিহোৱাই কৈছে, সিহঁতে মোর অর্থে কার্য্য করিলে।

[২১]সেই দিনা ময় ইস্রায়েল-বংশর নিমিত্তে এক শিঙ গজাম, আরু সিবিলাকর মাজত তোমার মুখ খুলি দিম ; তাতে, ময় যে যিহোৱা, তাক সিবিলাকে জানিব।

৩০ পুনরায় যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২]হে মনুষ্য-সন্তান, তুমি ভাববাণী প্রচার করি কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, তোমালোকে হাহাকার করি কোৱা, হায় হায়, সেয়ে কেনে দিন! [৩]কিয়নো সেই দিন ওচর, এনে কি, যিহোৱার দিন, মেঘে ঢকা দিন ওচর ; সেয়ে জাতিবিলাকর কাল হব। [৪]তরোৱাল মিচরর ওপরত পড়িব ; আরু যেতিয়া মিচরত হত লোকবোর পতিত হব, তার

লোকসমূহক নিয়া হব, আরু তার ভিত্তিমূলবোর ভঙ্গা হব, তেতিয়া কূচত যাতনা হব। [৫] কূচ, পূট, লূদ, মিহলি থকা আটাই লোকবিলাক, কূব, আরু নিয়মটী পতা দেশর লোকবিলাক সিহঁতর লগত তরোৱালর দ্বারায় পতিত হব।

[৬] যিহোৱাই এই কথা কৈছে, যিবিলাক মিচরর স্তম্ভস্বরূপ, সিবিলাকো পতিত হব, আরু তার পরাক্রমর গর্ব্ব খর্ব্ব হব; মিগ্‌দোলর পরা চিবেনিলৈকে তার লোকবিলাক তরোৱালর দ্বারায় পতিত হব, ইয়াক প্রভু যিহোৱাই কৈছে। [৭] আরু ধ্বংস করা দেশবোরর মাজত সিহঁতো ধ্বংস-অবস্থা পোৱা লোক হব, আরু তার নগরবোর উচ্ছন্ন হোৱা নগরবোরর মাজর উচ্ছন্ন নগর হব। [৮] ময় যেতিয়া মিচরত জুই লগাম, আরু তার আটাই সাহায্যকারীবোর নষ্ট হব, তেতিয়া, ময় যে যিহোৱা, তাক সিহঁতে জানিব। [৯] সেই দিনা নিশ্চিন্তে থকা কূচীয়াহঁতক ভয় লগাবলৈ দূতবিলাকে মোর আগর পরা জাহাজেরে ওলাই যাব, আরু মিচরর দিনর নিচিনাকৈ সিহঁতর মাজত যাতনা হব; কিয়নো দেখা, সেয়ে আহিছে।

[১০] প্রভু যিহোৱাই এই রূপে কৈছে, ময় বাবিলর রজা নবূখদ্‌রেচরর হাতর দ্বারায় মিচরর লোক-সমূহক লুপ্ত করিম। [১১] তেওঁক, আরু তেৱেঁ সৈতে তেওঁর প্রজাবিলাকক, জাতিবিলাকর ভয়ানক লোকক দেশ বিনষ্ট করিবর অর্থে অনা হব; আরু সিহঁতে মিচরর বিরুদ্ধে আপোন আপোন তরোৱাল ফাঁকর পরা উলিয়াই হত লোকেরে দেশ পরিপূর্ণ করিব। [১২] ময় নদীবোর শুকান ঠাই করিম, আরু দেশ দুষ্টবোরর হাতত বেচিম; ময় বিদেশী লোকর হাতর দ্বারায় দেশ আরু তাত থকা সকলোকে উচ্ছন্ন করিম, ইয়াক ময় যিহোৱাই কলোঁ।

[১৩] প্রভু যিহোৱাই এই কথা কৈছে, ময় মূর্ত্তিবোরো নষ্ট করিম, আরু নোফর পরা প্রতিমাবোর লুপ্ত করিম; আরু মিচর দেশর পরা অধিপতি আরু নোলাব; আরু ময় মিচর দেশত ভয় জন্মাম। [১৪] ময় পথ্রোচক ধ্বংস করিম, চোৱনত জুই লগাম, আরু নো নগরক দণ্ড দিম। [১৫] আরু ময় মিচরর দুর্গ চীনর ওপরত মোর ক্রোধ বরষাম, আরু নো নগরর লোকসমূহক উচ্ছন্ন করিম। [১৬] আরু ময় মিচরত জুই লগাম, চীনে যাতনাত ধরফর করিব, আরু নো নগরক ভঙ্গা হব; আরু দিনতে শত্রুৱে নোফক আক্রমণ করিব। [১৭] আবনর আরু পী-বেচতর ডেকাবিলাক তরোৱালর দ্বারায় পতিত হব, আরু সেই দুখন নগরর লোকবিলাক বন্দী-অবস্থালৈ যাব। [১৮] যেতিয়া ময় তহ্‌পন্‌হেচত মিচরর যুঁৱলিবোর ভাঙ্গিম, তেতিয়া তাত দিন অন্ধকার হব, আরু মিচরর মাজত থকা পরাক্রমর গর্ব্ব খর্ব্ব হব; আরু তার নিজর বিষয়ে হলে, এডোখর মেঘে তাক ঢাকিব, আরু তার জীয়ারীবিলাক বন্দী-অবস্থালৈ যাব। [১৯] এই রূপে ময় মিচরক দণ্ড দিম; তাতে, ময় যে যিহোৱা, তাক সিহঁতে জানিব।

ফরৌণর বাহু ভগ্ন হোৱা।

[২০] একাদশ বছরর প্রথম মাহর সপ্তম দিনা যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২১] হে মনুষ্য-সন্তান, ময় মিচরর রজা ফরৌণর বাহু ভাঙ্গিলোঁ, আরু দেখা, তরোৱাল ধরিবলৈ শক্তি পাবর নিমিত্তে ভাল ঔষধ লগাই পটি দি তাক বন্ধা নহল। [২২] এই নিমিত্তে প্রভু যিহোৱাই এই কথা কৈছে, দেখা, ময় মিচরর রজা ফরৌণর বিপক্ষ, আরু তার বলী ও ভগা বাহু, এই দুয়োকো ময় ভাঙ্গিম, আরু তার হাতর পরা তরোৱালখন পড়ি যোৱা করিম। [২৩] আরু ময় মিচরীয়াহঁতক জাতিবিলাকর মাজত ছিন্নভিন্ন আরু দেশবোরর মাজত গোট গোট করিম। [২৪] ময় বাবিলর রজার বাহু দুটা সবল করিম, আরু তেওঁর হাতত মোর তরোৱাল দিম; কিন্তু ময় ফরৌণর বাহু দুটা ভাঙ্গিম, তাতে সাংঘাতিকরূপে আঘাতিত হোৱা মানুহে কেঁকোৱার দরে তেওঁর আগত সি কেঁকাব। [২৫] আরু ময় বাবিলর রজার বাহু দুটা দাঙি ধরিম, কিন্তু ফরৌণর বাহু দুটা হলে পড়িব; যেতিয়া ময় বাবিলর রজার হাতত মোর তরোৱাল দিম, আরু তেওঁ মিচর দেশর বিরুদ্ধে তাক মেলিব, তেতিয়া, ময় যে যিহোৱা, তাক

সিঁহতে জানিব। [২৬]ময় মিচরীয়াহঁতক জাতি-বিলাকর মাজত ছিন্নভিন্ন আৰু দেশবোরর মাজত গোট গোট করিম ; তাতে, ময় যে যিহোৱা তাক সিঁহতে জানিব।

ফরৌণক অচূররূপ বৃহৎ এরচ বৃক্ষর লগত তুলনা করা।

৩১ একাদশ বছুরর তৃতীয় মাহর প্রথম দিনা যিহোৱার বাক্য মোর ওঁচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, মিচরর রজা ফরৌণক আৰু তার লোকসমূহক কোৱা, তুমি আপোন মহত্বত কার নিচিনা? [৩] দেখা, অচূর লিবানোনত সুন্দর ডাল, ঘন ছাঁ, আৰু ওখ হৈ থকা এজোপা এরচ বৃক্ষস্বরূপ আছিল ; তার ওপর ভাগ মেঘস্পর্শী হৈছিল। [৪] জলসমূহে তাক ডাঙর-দীঘল করিছিল, অগাধ জলে তাক বঢ়াইছিল, তার সুঁতীবোর তার রোৱা ঠাইর চারিওফালে বৈছিল, আৰু সি আপোনার সুঁতীবোর পথারর আটাই গছর ওরিলৈ পঠাইছিল। [৫] এই হেতুকে ওখই সি পথারর আটাই গছতকৈ ওখ আছিল ; সি পঠোৱা অনেক পানীর কারণে তার ডালবোর বৃদ্ধি হৈছিল, আৰু তার শাখাবোর দীঘল হৈছিল। [৬] তার ডালবোরত আকাশর আটাই পক্ষীয়ে বাহ লৈছিল, তার শাখাবোরর তলত আটাই বনরীয়া জন্তুৱে পোৱালি জগাইছিল, আৰু তার ছাঁত আটাই মহাজাতিয়ে বাস করিছিল। [৭] এই রূপে, তার শিপা অনেক জলসমূহর কোষত থকাত, সি আপোন মহত্বত আৰু আপোন ডালবোরর দৈর্ঘ্যত সুন্দর আছিল। [৮] ঈশ্বরর উদ্যানর এরচ গছবোরে তাক লুকুৱাব নোৱারিছিল, দেবদারু গছবোর তার ডাল-বোরর নিচিনা নাছিল, আৰু অর্মোণ গছবোর তার শাখাবোরর নিচিনা নাছিল ; আৰু ঈশ্বরর উদ্যানত থকা কোনো গছ সৌন্দর্য্যত তার নিচিনা নাছিল। [৯] ময় তার অধিক ডাল-বোরেরে তাক এনে সুন্দর করিছিলোঁ, যে, ঈশ্বরর উদ্যানত থকা এদনর সকলো গছে তাক ঈর্ষ্যা করিছিল।

[১০] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, সি উচ্চতাত ওখ হোৱার, আৰু সি তার ওপর ভাগ মেঘস্পর্শী করার, আৰু তার হৃদয় আপোনার উচ্চতাত গর্ব্বিত হোৱার কারণে [১১] ময় তাক জাতিবিলাকর পরাক্রমী জনর হাতত সমর্পণ করিলোঁ ; তেওঁ তার বিরুদ্ধে উচিত কার্য্য করিলে ; ময় তার দুষ্টতার কারণে তাক দূর করি দিলোঁ। [১২] আৰু জাতিবিলাকর ভয়ানক বিদেশীবোরে তাক কাটি এরি গল ; পর্ব্বত-বোরর ওপরত আৰু আটাই উপত্যকাত তার ডালবোর পড়ি আছে, আৰু দেশর আটাই জুরীবোরর কোষত তার শাখাবোর ভাগিল ; আৰু পৃথিবীর সকলো জাতিবিলাক তার ছাঁর পরা নামি গল, তাক এরি গুচি গল। [১৩] পড়ি থকা সেই গছডালত আকাশর পক্ষীবোরে বাস করিছে, আৰু তার শাখার ওপরত আটাই বনরীয়া জন্তু আছে। [১৪] জলসমূহর কোষত থকা গছবোরর কোনো গছে আপোন উচ্চ-তাত গর্ব্ব নকরিবর নিমিত্তে, বা তার ওপর ভাগ মেঘস্পর্শী নকরাবর নিমিত্তে, নাইবা সেইবোরর বৃহৎবোরর মাজর, পানী পান করা-বিলাকর মাজর কোনেও উচ্চতাত নিজকে ওখ নেদেখুৱাবর নিমিত্তে, ময় ইয়াক করিলোঁ ; কিয়নো সেই আটাইবোর মৃত্যুলৈ, পৃথিবীর অধোভাগলৈ, গাঁতলৈ নামিব লগাবোরে সৈতে মনুষ্য-সন্তানবিলাকর মাজত সমর্পিত হল।

[১৫] প্রভু যিহোৱাই এই কথা কৈছে, সি চিয়োললৈ নামি যোৱা দিনা ময় শোকর আজ্ঞা দিলোঁ ; ময় তার নিমিত্তে অগাধ জলক ঢাকিলোঁ, তার সুঁতীবোর বন্ধ করিলোঁ, আৰু মহাজলসমূহক স্থগিত করা হল ; ময় তার নিমিত্তে লিবানোনক শোক করালোঁ, আৰু পথারর আটাই গছ তার নিমিত্তে জঁয় পড়িল। [১৬] গাঁতলৈ নামিব লগাবোরে সৈতে ময় তাক চিয়োললৈ পেলোৱা কালত তার পতনর শব-দত ময় জাতিবিলাকক কঁপালোঁ ; আৰু এদনর আটাই গছে, লিবানোনর মনোনীত আৰু উৎকৃষ্ট বৃক্ষই, পানী পান করা আটাইবোরে পৃথিবীর অধোভাগত সান্ত্বনা পালে। [১৭] যিবি-লাক তার বাহুস্বরূপ আছিল, যিবিলাকে জাতি-বিলাকর মাজত তার ছাঁত বাস করিছিল, সিবিলাকো তরোৱালর দ্বারায় হত হোৱা লোকর ওরিলৈ তারে সৈতে চিয়োললৈ নামি গল।

১৮ এই রূপে তুমি প্রতাপত আরু মহত্ত্বত এদনর গছবোরর মাজত কার নিচিনা? তথাপি পৃথিবীর অধোভাগলৈ এদনর গছবোরে সৈতে তোমাকো নমোৱা হব; তরোৱালর দ্বারায় হত হোৱাবোরে সৈতে অচুন্নৎইঁতর মাজত তুমিও পড়ি থাকিবা। প্রভু যিহোৱাই কৈছে, ফরৌণ আরু তার আটাই লোকসমূহর এই রূপ গতি হব।

মিচর আরু ফরৌণর বিষয়র বিলাপ।

৩২ দ্বাদশ বছরর দ্বাদশ মাহর প্রথম দিনা যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, ২ হে মনুষ্য-সন্তান, তুমি মিচরর রজা ফরৌণর নিমিত্তে বিলাপ করিবলৈ ধরা, আরু তাক কোৱা, তুমি আপোনাকে জাতিবিলাকর যুবা সিংহ বুলি ভাবিছা, কিন্তু তুমি সমুদ্রত থকা মগর মাথোন; তোমার নদীবোরত তুমি উৎপাত করিছা, তোমার ভরিরে জলসমূহ আস্ফালন করিছা, আরু তার সুঁতীবোর ঘোলা করিছা। ৩ প্রভু যিহোৱাই এই কথা কৈছে, ময় অনেক লোকসমূহে সৈতে, তোমার ওপরত মোর জাল পেলাম, আরু সিইঁতে তোমাক মোর জালেরে আনিব। ৪ পাছে ময় তোমাক বামত এরি দিম, তোমাক পথারত পেলাই দিম, আকাশর আটাই পক্ষীক তোমার ওপরত পড়াম, আরু গোটেই পৃথিবীর জন্তুবোরক তোমাক খাবলৈ দি সিইঁতর হেপাহ পলোৱাম। ৫ ময় পর্ব্বতবোরর ওপরত তোমার মাংস পেলাম, আরু তোমার দীঘল শবেরে উপত্যকাবোর পরিপূর্ণ করিম। ৬ তুমি সাঁতোরা দেশখন ময় পর্ব্বতলৈকে তোমার তেজেরে ভেজাম, আরু জুরী বৈ যোৱা উপত্যকাবোর তোমারে পূর হব। ৭ আরু ময় তোমাক নুমুউৱা সময়ত, ময় আকাশমণ্ডলক ঢাকিম, আরু তরাবোরর দীপ্তি নাইকিয়া করিম; ময় এডোখর মেঘেরে সূর্য্যক ঢাকিম, আরু চন্দ্রই পোহর নিদিব। ৮ আকাশমণ্ডলর উজ্জ্বল দীপ্তিবোরর কোনোটোকে ময় তোমার ওপরত পোহর করিবলৈ নিদিম, আরু তোমার দেশর ওপরত অন্ধকার ব্যাপ্ত করিম, ইয়াক প্রভু যিহোৱাই কৈছে। ৯ যেতিয়া ময় জাতিবিলাকর মাজলৈ, তুমি নজনা দেশবোরলৈ তোমার বিনাশর বার্ত্তা আনিম, তেতিয়া ময় অনেক দেশর লোকর হৃদয়ত বেজার দিম। ১০ এনে কি, যেতিয়া ময় অনেক জাতির, আরু সিইঁতর রজাবিলাকর আগত মোর তরোৱাল ঘূরাম, তেতিয়া সেই জাতিবিলাকক ময় তোমার বিষয়ে বিস্ময় মনাম, আরু সেই রজাবিলাকে তোমাক দেখি শিয়রি উঠিব; আরু তোমার পতনর দিনা সিবিলাক প্রতিজনে আপোন আপোন প্রাণর নিমিত্তে প্রত্যেক মুহূর্ত্তে কঁপিব। ১১ কিয়নো প্রভু যিহোৱাই এই কথা কৈছে, বাবিলর রজার তরোৱালখনে তোমাক আক্রমণ করিব। ১২ বীরবিলাকর তরোৱালর দ্বারায় ময় তোমার লোকসমূহক নিপাত করিম; সিবিলাক সকলোৱেই জাতিবিলাকর ভয়ানক লোক; সিবিলাকে মিচরর গর্ব্বর বস্তু লুট করিব, আরু তার আটাই লোকসমূহ নষ্ট হব। ১৩ ময় অনেক জলসমূহর কোষর পরা তার আটাই পশুক উচ্ছন্ন করিম, আরু মানুহর ভরিয়ে বা পশুর খুরাই তার পানীবোর আরু নলরাব। ১৪ সেই কালত ময় তার পানীবোর নির্ম্মল করিম, আরু তার নৈবোর তেলর নিচিনাকৈ বোৱাম, এয়ে প্রভু যিহোৱার বচন। ১৫ যেতিয়া ময় মিচর দেশ ধ্বংসস্থান আরু উচ্ছন্ন করিম, তাত উৎপন্ন হোৱা আটাই বস্তু তাত নাইকিয়া করিম, যেতিয়া ময় তার নিবাসী আটাইকে প্রহার করিম, তেতিয়া, ময় যে যিহোৱা, তাক সিইঁতে জানিব। ১৬ এয়ে বিলাপ করিব লগীয়া সিইঁতর বিলাপ; জাতিবিলাকর জীয়ারীবোরে ইয়ারে বিলাপ করিব; সিইঁতে মিচরর অর্থে, আরু তার লোকসমূহর অর্থে ইয়ারে বিলাপ করিব, ইয়াক প্রভু যিহোৱাই কৈছে।

১৭ পাছে দ্বাদশ বছরত মাহর পঞ্চদশ দিনা যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, ১৮ হে মনুষ্য-সন্তান, তুমি মিচরর লোকসমূহর বিষয়ে হাহাকার করা, আরু সিইঁতক তললৈ পেলাই দিয়া; তাক আরু বিখ্যাত জাতিবিলাকর জীয়ারীবোরক গাঁতলৈ নামিব লগাবোরে সৈতে পৃথিবীর অধোভাগলৈ পেলাই দিয়া। ১৯ তুমি কাতকৈ সুন্দর? নামি যোৱা, অচুন্নৎইঁতর লগত শয়ন করা। ২০ সিইঁত তরোৱালর

দ্বারায় হত হোৱা লোকবিলাকর মাজত পতিত হব; তাক তরোৱালত সোধাই দিয়া হৈছে; তোমালোকে তাক আরু তার লোকসমূহক টানি লৈ যোৱা। ২১ পরাক্রমী বীরবিলাকে চিয়োলত তাক আরু তার সহায়কারীবোরক কথা কব; তরোৱালর দ্বারায় হত হোৱা অচুন্নৎইঁত তললৈ নামি গৈ পড়ি আছে। ২২ অচুর আরু তার আটাই লোকসমূহ তাত আছে; তার মৈদামবোর তার চারিওফালে আছে; সিহঁত আটাইবোর হত হল, তরোৱালর দ্বারায় পতিত হল ২৩ সিহঁতর মৈদামবোর গাঁতর অন্তভাগত করা হল, আরু তার লোকসমূহ তার মৈদামর চারিওফালে আছে; সিহঁত আটাইবোর হত হল, তরোৱালর দ্বারায় পতিত হল; সিহঁতে জীবিতবিলাকর দেশত ত্রাস জন্মাইছিল। ২৪ এলম, আরু তার মৈদামর চারিওফালে তার লোকসমূহ তাত আছে; সিহঁত আটাইবোর হত হল, তরোৱালর দ্বারায় পতিত হল; সিহঁত অচুন্নৎ-অবস্থারেই পৃথিবীর অধোভাগলৈ নামি গল; সিহঁতে জীবিতবিলাকর দেশত ত্রাস জন্মাইছিল, আরু গাঁতলৈ নামি যোৱাবোরে সৈতে আপোনাবিলাকর লাজর ভার বৈছে। ২৫ হত লোকবিলাকর মাজত, তার আটাই লোকসমূহে সৈতে তার নিমিত্তে এক শয্যা যুগুত করা হল; তার চারিওফালে তার মৈদামবোর আছে; সিহঁত আটাইবোর অচুন্নৎ, সিহঁত তরোৱালর দ্বারায় হত হল; কিয়নো সিহঁতে জীবিতবিলাকর দেশত ত্রাস জন্মাইছিল, আরু গাঁতলৈ নামি যোৱাবোরে সৈতে আপোনাবিলাকর লাজর ভার বৈছে; হত লোকবিলাকর মাজত তাক রখা হৈছে। ২৬ মেচেক-তুবল, আরু তার আটাই লোকসমূহ তাত আছে; তার চারিওফালে তার মৈদামবোর আছে; সিহঁত আটাইবোর অচুন্নৎ, সিহঁত তরোৱালর দ্বারায় হত হল; কিয়নো সিহঁতে জীবিতবিলাকর দেশত ত্রাস জন্মাইছিল। ২৭ যি বীরবিলাক অচুন্নৎ-অবস্থারে পতিত হল, যিবিলাকে আপোন আপোন যুদ্ধর অস্ত্রেরে সৈতে চিয়োললৈ নামি গল, যিবিলাকর তরোৱাল আপোনাবিলাকার মূরর তলত থোৱা হল, আরু জীবিতবিলাকর দেশত বীরবিলাকর ত্রাস জন্মোৱার কারণে যিবিলাকর হাড়বোরত আপোনাবিলাকর অপরাধ লাগি আছে, সেই বীরবিলাকর লগত সিহঁত নুশুব। ২৮ তুমিও অচুন্নৎইঁতর মাজত ভগ্ন হবা, আরু তরোৱালর দ্বারায় হত হোৱাবোরর লগত শয়ন করিবা। ২৯ ইদোম, তার রজাবিলাক, আরু তার আটাই প্রধান লোক তাত আছে; সিহঁত পরাক্রমী হলেও, তরোৱালর দ্বারায় হত হোৱাবোরর লগত সিহঁতক রখা হৈছে; সিহঁত অচুন্নৎইঁতর লগত, গাঁতলৈ নামি যোৱাবোরর লগত শুব। ৩০ হত হোৱাবোরে সৈতে নামি যোৱা উত্তরদেশীয় অধিপতি আটাইবোর, আরু আটাই চীদোনীয়া লোক তাত আছে; সিহঁতে আপোন আপোন পরাক্রমর দ্বারায় ত্রাস জন্মোৱাতো সিহঁতে লাজ পাইছে; আরু সিহঁতে তরোৱালর দ্বারায় হত হোৱাবোরর লগত অচুন্নৎ অবস্থারেই পড়ি আছে, আরু গাঁতলৈ নামি যোৱাবোরে সৈতে আপোনাবিলাকর লাজর ভার বৈছে। ৩১ ফরৌণে সিহঁতক দেখি আপোনার আটাই লোকসমূহর নিমিত্তে সান্ত্বনা পাব; এনে কি, প্রভু যিহোৱাই কৈছে, ফরৌণে, আরু তরোৱালর দ্বারায় হত হোৱা তার আটাই সৈন্য-সামন্তই সান্ত্বনা পাব। ৩২ কিয়নো ময় জীবিতবিলাকর দেশত তার ত্রাস জন্মাইছিলোঁ, আরু প্রভু যিহোৱাই কৈছে, তরোৱালর দ্বারায় হত হোৱাবোরর লগত অচুন্নৎইঁতর মাজত তাক রখা হব, ফরৌণ আরু তার আটাই লোকসমূহক রখা হব।

লোকবিলাকর পক্ষে ভাববাদী এজন নিযুক্ত প্রহরীস্বরূপ।

৩৩ পুনরায় যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, ২ হে মনুষ্য-সন্তান, তুমি আপোন জাতির সন্তানবিলাকে সৈতে কথা কৈ সিবিলাকক কোৱা, ময় কোনো দেশর বিরুদ্ধে তরোৱাল আনিলে, যদি সেই দেশর লোকবিলাকে সিবিলাকর মাজর পরা কোনো মানুহক লৈ সিবিলাকর নিমিত্তে তাক প্রহরী নিযুক্ত করে, ৩ আরু সি দেশর অহিতে তরোৱাল অহা দেখি যদি শিঙা বজাই লোকবিলাকক সতর্ক করে, ৪ তেন্তে যেয়ে শিঙার শব্দ শুনি

সতর্ক নহয়, আৰু তৰোৱালে আহি তাক লৈ যায়, তেনে হলে তাৰ ৰক্তপাতৰ দোষ তাৰ নিজৰ মূৰতে পৰিব। [৫] সি শিঙ্গাৰ শবদ শুনিও সতর্ক নহল, তাৰ ৰক্তপাতৰ দোষ তাৰ ওপৰতে পৰিব; যদি সি সতর্ক হলহেঁতেন, তেন্তে আপোন প্ৰাণ ৰক্ষা কৰিব পাৰিলেহেঁতেন। [৬] কিন্তু প্ৰহৰীয়ে তৰোৱাল অহা দেখিও যদি শিঙ্গা নবজায়, আৰু মানুহবিলাক সতর্ক নহয়, আৰু তৰোৱালে আহি সিহঁতৰ মাজৰ পৰা কোনো মানুহ লৈ যায়, তেন্তে তাক আপোন অপৰাধৰ কাৰণে নিয়া হব; কিন্তু ময় প্ৰহৰীৰ হাতৰ পৰা তাৰ ৰক্তপাতৰ প্ৰতিশোধ লম। [৭] হে মনুষ্য-সন্তান, এই ৰূপে ময় তোমাকেই ইস্ৰায়েল-বংশৰ প্ৰহৰীস্বৰূপে নিযুক্ত কৰিলোঁ; এই হেতুকে, তুমি মোৰ মুখৰ পৰা বাক্য শুনি মোৰ নামেৰে সিবিলাকক সতর্ক কৰা। [৮] হে দুষ্ট, তুমি নিশ্চয়ে মৰিবা, এই বুলি ময় যেতিয়া দুষ্টক কওঁ, আৰু তুমি দুষ্টক তাৰ পথৰ পৰা ঘূৰিবলৈ সতর্ক কৰিবৰ নিমিত্তে একো নোকোৱা, তেতিয়া সেই দুষ্ট আপোন অপৰাধৰ কাৰণে মৰিব, কিন্তু ময় তোমাৰ হাতৰ পৰা তাৰ ৰক্তপাতৰ প্ৰতিশোধ লম। [৯] কিন্তু যদি তুমি দুষ্টক তাৰ পথৰ পৰা ঘূৰিবলৈ তাৰ পথৰ বিষয়ে সতর্ক কৰা, আৰু সি আপোন পথৰ পৰা নুঘূৰে, তেন্তে সি নিজৰ অপৰাধৰ কাৰণে মৰিব, কিন্তু তুমি আপোন প্ৰাণ ৰক্ষা কৰিবা।

[১০] আৰু হে মনুষ্য-সন্তান, তুমি ইস্ৰায়েল-বংশক কোৱা, তোমালোকে কৈছা, আমাৰ অপৰাধ আৰু পাপৰ ভাৰ আমাৰ ওপৰত আছে, আৰু আমি সেইবোৰৰ কাৰণে ক্ষীণাই গৈছোঁ; তেন্তে আমি কেনেকৈ জীয়াই থাকিম? [১১] তুমি সিবিলাকক কোৱা, প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, দুষ্টৰ মৰণত ময় সন্তোষ নেপাওঁ, কিন্তু দুষ্টই যে আপোন পথৰ পৰা ঘূৰি জীয়াই থাকে, তাতহে ময় সন্তোষ পাওঁ; ঘূৰা, তোমালোকৰ কুপথৰ পৰা তোমালোক ঘূৰা; কিয়নো হে ইস্ৰায়েল-বংশ, তোমালোক কিয় মৰিবা? [১২] আৰু হে মনুষ্য-সন্তান, তুমি আপোন জাতিৰ সন্তানবিলাকক কোৱা, ধাৰ্ম্মিকৰ ধাৰ্ম্মিকতাই তাৰ অপৰাধৰ দিনা তাক উদ্ধাৰ নকৰিব; আৰু দুষ্টৰ দুষ্টতাৰ বিষয়ে হলে, সি আপোন দুষ্টতাৰ পৰা ঘূৰা দিনা তাৰ দ্বাৰায় পতিত নহব; বা ধাৰ্ম্মিক জনে পাপ কৰা দিনা আপোন ধাৰ্ম্মিকতাৰ দ্বাৰায় জীয়াই থাকিব নোৱাৰিব। [১৩] যেতিয়া ময় ধাৰ্ম্মিকৰ বিষয়ে, সি জীয়াই থাকিব বুলি কওঁ, তেতিয়া যদি সি আপোন ধাৰ্ম্মিকতাত নিৰ্ভৰ কৰি অপৰাধ কৰে, তেন্তে তাৰ ধৰ্ম্মকৰ্ম্মবোৰৰ কোনো-টোও সোঁৱৰণ কৰা নহব, কিন্তু সি কৰা অপৰাধৰ নিমিত্তে সি মৰিব। [১৪] পুনৰায়, তুমি অৱশ্যে মৰিবা বুলি যেতিয়া ময় দুষ্টক কওঁ, তেতিয়া যদি সি আপোন পাপৰ পৰা ঘূৰি ন্যায় আৰু উচিত কাৰ্য্য কৰে, [১৫] যদি দুষ্টই বন্ধক ওলোটাই দিয়ে, কাঢ়ি লোৱা বস্তু পুনৰায় দিয়ে, কোনো অপৰাধ নকৰি জীৱন-দায়ক বিধিবোৰত চলে, তেন্তে সি নিশ্চয়ে জীয়াই থাকিব, নমৰিব। [১৬] সি কৰা পাপবোৰৰ কোনো পাপকে তাৰ অহিতে সোঁৱৰণ কৰা নহব; সি উচিত আৰু ন্যায় কাৰ্য্য কৰিলে; সি অৱশ্যে জীয়াই থাকিব। [১৭] তথাপি প্ৰভুৰ পথ সমান নহয় বুলি তোমাৰ জাতিৰ সন্তান-বিলাকে কয়; কিন্তু সিবিলাকৰেহে পথ সমান নহয়। [১৮] যেতিয়া ধাৰ্ম্মিকে আপোন ধাৰ্ম্মিকতাৰ পৰা উলটি অপৰাধ কৰে, তেতিয়া সিও তাৰ দ্বাৰায় মৰিব। [১৯] আৰু যেতিয়া দুষ্টই আপোন দুষ্টতাৰ পৰা ঘূৰি উচিত আৰু ন্যায় কাৰ্য্য কৰে, তেতিয়া সিও তাৰ দ্বাৰায় জীয়াই থাকিব। [২০] তথাপি প্ৰভুৰ পথ সমান নহয় বুলি তোমালোকে কোৱা। হে ইস্ৰায়েল-বংশ, ময় তোমালোকৰ আপোন আপোন আচাৰ-ব্যৱহাৰ অনুসাৰে তোমালোকৰ বিচাৰ কৰিম।

### যিহিষ্কেলে যিৰূচালেমৰ পতনৰ বাৰ্ত্তা পোৱা।

[২১] পাছে আমি দেশান্তৰিত হোৱাৰ দ্বাদশ বছৰৰ দ্বাদশ মাহৰ পঞ্চম দিনা যিৰূচালেমৰ পৰা পলাই ৰক্ষা পোৱা এজনে মোৰ ওচৰলৈ আহি কলে, নগৰখন শত্ৰুৰ হাতত পৰিল। [২২] পলাই ৰক্ষা পোৱা জন অহাৰ আগেয়ে সন্ধ্যা পৰত যিহোৱাৰ হাত মোৰ ওপৰত অৰ্পিত আছিল; আৰু সি ৰাতিপুৱাতে মোৰ ওচৰলৈ

আহিব দেখি তেওঁ মোর মুখ মেলিলে, আরু মোর মুখ মুকলি হলত, ময় আরু বোবা হৈ নেথাকিলোঁ। [২৩] তেতিয়া যিহোবার বাক্য মোর ওচরলৈ আহিল, বোলে, [২৪] হে মনুষ্য-সন্তান, ইস্রায়েলর ধ্বংসস্থানবোরত বাস করা লোকবিলাকে কয়, অব্রাহাম এজনমাত্র, তথাপি তেওঁ দেশ অধিকার করিছিল ; কিন্তু আমি হলে অনেক, অধিকারর অর্থে দেশ আমাকেই দিয়া হৈছে। [২৫] এই হেতুকে সিবিলাকক কোৱা, প্রভু যিহোবাই এই কথা কৈছে, তোমালোক তেজে সৈতে মাংস খোৱা, মূর্ত্তিবোরলৈ চকু তোলা, আরু রক্তপাত করা লোক ; তেন্তে তোমালোকে জানো দেশ অধিকার করিবা ? [২৬] তোমালোক আপোন আপোন তরোৱালত নির্ভর করা, ঘিণলগীয়া কার্য্য করা, আরু আপোন আপোন ওচর-চুবুরীয়ার তিরুতাক অশুচি করা লোক ; তেন্তে তোমালোকে জানো দেশ অধিকার করিবা ? [২৭] তুমি সিবিলাকক কোৱা, প্রভু যিহোবাই এই কথা কৈছে, মোর জীবনর শপথ, ধ্বংসস্থানবোরত বাস করা লোকবিলাক অবশ্যে তরোৱালর দ্বারায় পতিত হব, মুকলি পথারত থকাটোক খাবর নিমিত্তে ময় বনরীয়া জন্তুবোরক দিম, আরু দুর্গ ও গুহাত থকাবোর মহামারীত মরিব। [২৮] আরু ময় দেশক ধ্বংস আরু আশ্চরিতর বিষয় করিম ; তাতে তার পরাক্রমর গর্ব্ব খর্ব্ব হব, আরু ইস্রায়েলর পর্ব্বতবোর এনেকৈ ধ্বংস করা হব, যে, কোনেও সেইবোরর মাজেদি নেযাব। [২৯] তাতে, সিবিলাকে করা সিবিলাকর আটাই ঘিণলগীয়া কার্য্যর নিমিত্তে যেতিয়া ময় দেশখন ধ্বংস আরু আশ্চরিতর বিষয় করিম, তেতিয়া, ময় যে যিহোবা, তাক সিবিলাকে জানিব। [৩০] আরু হে মনুষ্য-সন্তান, তোমার বিষয়ে হলে, তোমার জাতির সন্তানবিলাকে দেৱালর কোষত আরু ঘরর দুবারমুখত তোমার বিষয়ে কথা পাতে ; আরু তায়েকে তায়েকে পরস্পরে কোৱাকুই করি কয়, বলা, যিহোবার মুখর পরা আজি ওলোৱা বাক্য কি, তাক আমি শুনোগৈহঁক। [৩১] আরু প্রজাবিলাক অহাদি সিবিলাক তোমার ওচরলৈ আহে, আরু মোর প্রজা বুলি সিবিলাক তোমার আগত বহে, আরু সিবিলাকে তোমার বাক্য শুনে, কিন্তু সেই দরে কার্য্য নকরে ; কিয়নো সিবিলাকে মুখেরে অধিক প্রেম দেখুৱায়, কিন্তু সিবিলাকর অন্তর সিবিলাকর লাভর পাছত চলে। [৩২] আরু দেখা, তুমি সিবিলাকর গুরিত সুন্দর ডিঙির মানুহর, আরু ভালকৈ বাদ্য করিব পরা লোকর মনোহর গান যেন্‌হে ; কিয়নো সিবিলাকে তোমার বাক্য শুনে, কিন্তু সেই দরে কার্য্য নকরে। [৩৩] আরু যেতিয়া সেয়ে ঘটিব, ( দেখা, সেয়ে ঘটিবর দিন ওচর হৈছে, ) তেতিয়া, সিবিলাকর মাজত যে এজন ভাববাদী আছিল, তাক সিবিলাকে জানিব।

ইস্রায়েলর নির্দ্দয়া মের-রখীয়াবিলাকর বিষয় ; আরু দেশর পুনঃস্থাপন।

**৩৪** পুনরায় যিহোবার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি ইস্রায়েলর মের-রখীয়াবিলাকর বিরুদ্ধে ভাববাণী প্রচার করা, ভাববাণী প্রচার করি সিবিলাকক কোৱা, প্রভু যিহোবাই এই কথা কৈছে, আপোনাবিলাককেই প্রতিপালন করা ইস্রায়েলর মের-রখীয়াবিলাক সন্তাপর পাত্র ; মের-রখীয়াবিলাকে জানো মেরবোরক প্রতিপালন করিব নেলাগে ? [৩] তোমালোকে তেল খোৱা, তোমালোকে নোমেরে কাপর করি লোৱা, তোমালোকে হৃষ্টপুষ্ট মেরবোর বধ করা, কিন্তু জাকক হলে তোমালোকে প্রতিপালন নকরা। [৪] তোমালোকে দুর্ব্বলবোরক সবল নকরিলা, রুগীয়াটোক সুস্থ নকরিলা, হাড় ভগাটোর ভগা ঠাই নেবান্ধিলা, নাইবা খেদি দৈ যোৱাটোক পুনরায় নানিলা, বা হেরোৱাটোক নিবিচারিলা ; কিন্তু বল আরু উপদ্রৱেরে তোমালোকে সেইবোরক শাসন করিলা। [৫] আরু রখীয়া নোহোৱাত সেইবোর ছিন্নভিন্ন হল, আরু সেইবোর আটাই বনরীয়া জন্তুর আহার হল, ছিন্নভিন্ন হৈ গল। [৬] মোর মেরবোরে পর্ব্বতে পর্ব্বতে আরু প্রত্যেক ওখ গিরির ওপরত ভ্রমণ করিছে ; এনে কি, মোর মেরবোর গোটেই পৃথিবীত ছিন্নভিন্ন হল, আরু সেইবোরক চাওঁতা কি বিচারোঁতা কোনো নাই। [৭] এই হেতুকে হে মের-রখীয়া

বিলাক, যিহোৱাৰ বাক্য শুনা। [৮] প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, মেৰ-ৰখীয়াবিলাকে মোৰ মেৰবোৰ নিবিচৰাত, আৰু মোৰ মেৰবোৰ প্ৰতিপালন নকৰি আপোনা-বিলাককেই প্ৰতিপালন কৰাত, ৰখীয়া নাই-কিয়াতেই মোৰ মেৰবোৰ লুটদ্ৰব্য আৰু আটাই বনৰীয়া জন্তুৰ আহাৰ হল। [৯] এই হেতুকে হে মেৰ-ৰখীয়াবিলাক, যিহোৱাৰ বাক্য শুনা। [১০] প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, ময় মেৰ-ৰখীয়াবিলাকৰ বিপক্ষ; ময় সিবিলাকৰ হাতৰ পৰা মোৰ মেৰবোৰ আদায় কৰিম, আৰু সিবিলাকক মেৰ-ৰখীয়াবাবৰ পৰা শুচাম; মেৰ-ৰখীয়াবিলাকে আপোনাবিলাককেই আৰু প্ৰতি-পালন নকৰিব, আৰু মোৰ মেৰবোৰ সিবি-লাকলৈ আহাৰ নহবৰ নিমিত্তে ময় সিবিলাকৰ মুখৰ পৰা সেইবোৰক উদ্ধাৰ কৰিম। [১১] কিয়নো প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, ময়, ময়েই মোৰ মেৰবোৰৰ বুজ-বিচাৰ লম, আৰু সেইবোৰক বিচাৰি উলিয়াম। [১২] মেৰ-ৰখীয়াই ছিন্নভিন্ন হোৱা আপোন মেৰবোৰৰ মাজত থকা দিনা আপোনাৰ মেৰৰ জাকক বিচাৰি উলিওৱা নিচিনাকৈ, ময় মোৰ মেৰৰ জাকক বিচাৰি উলিয়াম; আৰু মেঘে ঢাকি আন্ধাৰ কৰা দিনা সেইবোৰ ছিন্নভিন্ন হোৱা আটাই ঠাইৰ পৰা ময় সেইবোৰক উদ্ধাৰ কৰিম। [১৩] আৰু ময় জাতিবিলাকৰ মাজৰ পৰা সেই-বোৰক উলিয়াই, আৰু দেশবোৰৰ পৰা সেই-বোৰক গোটাই সেইবোৰৰ নিজ দেশলৈ নিম; আৰু ইস্ৰায়েলৰ পৰ্ব্বতত, জুৰীবোৰৰ কোষত, আৰু বসতিৰ যোগ্য ঠাইবোৰত ময় সেইবোৰক চৰাম। [১৪] ময় উত্তম ঘাঁহনীত সেইবোৰক চৰাম, আৰু ইস্ৰায়েলৰ ওখ পৰ্ব্বতৰ ওপৰত সেই-বোৰৰ চৰণী ঠাই হব; সেইবোৰে তাত উত্তম চৰণী ঠাইত শয়ন কৰিব, আৰু ইস্ৰায়েলৰ পৰ্ব্ব-তৰ ওপৰত পুষ্টিকৰ ঘাঁহনিত চৰিব। [১৫] ময়েই আপোন মেৰবোৰক চৰাম, আৰু ময়েই সেই-বোৰক শয়ন কৰাম, এয়ে প্ৰভু যিহোৱাৰ বচন। [১৬] ময় হেৰোৱাটোক বিচাৰিম, খেদি নিয়াটোক ঘুৰাই আনিম, হাড় ভগাটোৰ ভগা ঠাই বান্ধিম, ৰুগীয়াটোক সবল কৰিম, হৃষ্টপুষ্ট আৰু বলী-টোক সংহাৰ কৰিম, আৰু ন্যায়েৰে সেইবোৰক প্ৰতিপালন কৰিম। [১৭] আৰু হে মোৰ মেৰৰ জাক, তোমালোকৰ বিষয়ে হলে, প্ৰভু যিহো-ৱাই এই কথা কৈছে, দেখা, ময় এটা এটাকৈ মেৰৰ জাকৰ বিচাৰ কৰিম, মটা মেৰ আৰু মটা ছাগৰ সমানে বিচাৰ কৰিম। [১৮] এয়ে তোমালোকৰ মানত সামান্য বিষয় নে, যে, তোমালোকে উত্তম ঘাঁহনিত চৰিছা, আকৌ তোমালোকৰ চৰণীৰ অৱশিষ্ট ঘাঁহ তোমালোকৰ ভৰিৰে গচকিছা, আৰু নিৰ্ম্মল জল পান কৰি, তোমালোকৰ ভৰিৰে অৱশিষ্ট ভাগ ঘোলা কৰিছা? [১৯] মোৰ মেৰবোৰে হলে, তোমালোকে আপোনাবিলাকৰ ভৰিৰে গচকা ঘাঁহহে খাবলৈ পায়, আৰু তোমালোকৰ ভৰিৰে ঘোলা কৰা পানীহে পান কৰিবলৈ পায়।

[২০] এই হেতুকে প্ৰভু যিহোৱাই সিবিলাকক এই ৰূপে কৈছে, ময়, ময়েই হৃষ্টপুষ্ট আৰু ক্ষীণ মেৰবোৰৰ মাজত বিচাৰ কৰিম। [২১] তোমা-লোকে দুৰ্ব্বলবোৰক বাহিৰ কৰি ছিন্নভিন্ন নকৰালৈকে, কোষেৰে আৰু কান্ধেৰে ঠেলা, আৰু শিঙেৰে আটাইকে খোঁচা। [২২] এই নিমিত্তে ময় মোৰ মেৰৰ জাকক ৰক্ষা কৰিম; সেইবোৰ আৰু লুটদ্ৰব্য নহব; আৰু ময় এটা এটাকৈ মেৰৰ জাকৰ বিচাৰ কৰিম। [২৩] আৰু ময় সেইবোৰৰ ওপৰত এজনমাত্ৰ ৰখীয়া মোৰ দাস দায়ূদক নিযুক্ত কৰিম; তেওঁ সেইবোৰক প্ৰতিপালন কৰিব; তেৱেঁই সেইবোৰক প্ৰতি-পালন কৰি সেইবোৰৰ ৰখীয়া হব। [২৪] ময় যিহোৱাই মোৰ লোকবিলাকৰ ঈশ্বৰ হম, আৰু মোৰ দাস দায়ূদ সিবিলাকৰ মাজত অধিপতি হব, ইয়াক ময় যিহোৱাই কলোঁ। [২৫] আৰু ময় সিবিলাকৰ লগত এটা শান্তিৰ নিয়ম স্থাপন কৰিম, আৰু দেশৰ পৰা হিংসক জন্তুবোৰ দূৰ কৰিম; তাতে সিবিলাকে অৰণ্যত নিৰ্ভয়ে বাস কৰিব, আৰু কাঠনিত টোপনি যাব। [২৬] আৰু ময় সিবিলাকক, আৰু মোৰ পৰ্ব্বতৰ চাৰিও-ফালে থকা ঠাইবোৰ আশীৰ্ব্বাদযুক্ত কৰিম; আৰু ময় উচিত সময়ত বৃষ্টি অনাম, আৰু আশীৰ্ব্বাদযুক্ত বৃষ্টি পৰিব। [২৭] আৰু পথাৰৰ গছে আপোনাৰ ফল উৎপন্ন কৰিব, পৃথিবীয়ে আপোনাৰ শস্য দিব, আৰু সিবিলাক আপোনাবিলাকৰ দেশত নিৰ্ভয়ে থাকিব;

যেতিয়া ময় সিবিলাকর যুঁৱলির শলমারি ভাঙি সিবিলাকক বন্দীকাম করোৱাবোরর হাতর পরা সিবিলাকক উদ্ধার করিম, তেতিয়া, ময় যে যিহোৱা, তাক সিবিলাকে জানিব। [২৮] আরু সিবিলাক জাতিবিলাকর লুটদ্রব্য আরু নহব, বা বনরীয়া জন্তুবোরে সিবিলাকক গ্রাস নকরিব; কিন্তু সিবিলাকে নিরাপদে বাস করিব, আরু কোনেও সিবিলাকক ভয় নলগাব। [২৯] ময় গৌরবর অর্থে সিবিলাকর নিমিত্তে এটা পুলি উৎপন্ন করিম; সিবিলাক দেশত আকালর দ্বারায় আরু বিনষ্ট নহব, বা জাতিবিলাকে দিয়া লাজ সিবিলাকে আরু ভোগ নকরিব। [৩০] আরু প্রভু যিহোৱাই কৈছে, সিবিলাকর ঈশ্বর ময় যিহোৱা যে সিবিলাকর লগত আছোঁ, আরু সিবিলাক ইস্রায়েল-বংশ যে মোর প্রজা, তাক সিবিলাকে জানিব। [৩১] আরু প্রভু যিহোৱাই কৈছে, মোর মেরবোর, মোর চরণীর মেরবোর যি তোমালোক, তোমালোক মানুহ, আরু ময় তোমালোকর ঈশ্বর।

ইদোমর বিষয়ে কোৱা বাক্য।

৩৫ পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [২] হে মনুষ্য-সন্তান, তুমি চেয়ীর পর্ব্বতর ফালে মুখ করি তার বিরুদ্ধে ভাববাণী প্রচার করা, [৩] আরু তাক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, হে চেয়ীর পর্ব্বত, দেখা, ময় তোমার বিপক্ষ, আরু ময় তোমার অহিতে মোর হাত মেলি তোমাক ধ্বংস আরু বিস্ময়র ঠাই করিম। [৪] ময় তোমার নগরবোর উচ্ছন্ন করিম, আরু তোমাক ধ্বংস করা হব; তাতে, ময় যে যিহোৱা, তাক তুমি জানিবা। [৫] তোমার চিরকলীয়া শত্রুভাব আছে, আরু অন্তজনক অপরাধর কালত, ইস্রায়েলর সন্তানবিলাকর আপদর কালতেই তুমি সিবিলাকক তরোৱালর হাতত লোধাই দিলা। [৬] এই নিমিত্তে, প্রভু যিহোৱাই কৈছে, মোর জীৱনর শপথ, ময় তোমাক রক্তময় করিম, আরু রক্তই তোমার পাছে পাছে খেদি যাব; তুমি রক্তক ঘিণ নকরার কারণে রক্তই তোমার পাছে পাছে খেদি যাব। [৭] এই রূপে ময় চেয়ীর পর্ব্বতক বিস্ময়র আরু ধ্বংসর ঠাই করিম, আরু তার মাজেদি অহাযোৱা করা লোকক তার পরা উচ্ছন্ন করিম। [৮] ময় তার হত লোকেরে তার পর্ব্বতবোর পূর করিম; তোমার গিরিবোরত, তোমার উপত্যকাবোরত, আরু তোমার আটাই জুরীবোরর কোবত তরোৱালর দ্বারায় হত হোৱা লোকবিলাক পতিত হব। [৯] ময় তোমাক চির-কলীয়া ধ্বংসস্থান করিম, তোমার নগরবোরত কোনেও বসতি নকরিব; তাতে, ময় যে যিহোৱা, তাক তোমালোকে জানিবা। [১০] তুমি কলা, সেই দুই জাতির মাজত আরু সেই দুখন দেশত যিহোৱা থাকিলেও সেইবোর মোরেই হব, আরু আমি সেইবোর অধিকার করিম। [১১] এই হেতুকে, প্রভু যিহোৱাই কৈছে, মোর জীৱনর শপথ, ময় তোমার ক্রোধ অনুসারে, আরু সিবিলাকক ঘিণ করি তুমি দেখুউৱা তোমার ঈর্ষ্যা অনুসারে ময় কার্য্য করিম; আরু যেতিয়া ময় তোমাক বিচারসিদ্ধ দণ্ড দিম, তেতিয়া ময় সিহঁতর মাজত নিজকে চিনাকী দিম। [১২] ইস্রায়েলর পর্ব্বতবোর ধ্বংস করা হল, সেইবোরক গ্রাস করিবর নিমিত্তে আমাকেই দিয়া হল, এই বুলি সেইবোরর বিরুদ্ধে তুমি কোৱা তোমার আটাই নিন্দাবাক্য ময় যিহোৱাই যে শুনিলোঁ, তাক তুমি জানিবা। [১৩] আরু তোমালোকে মোর অহিতে আপোন আপোন মুখেরে গর্ব্ব করিলা, আরু মোর অহিতে তোমালোকর বাক্য বঢ়ালা; তাক ময়েই শুনিলোঁ। [১৪] প্রভু যিহোৱাই এই কথা কৈছে, গোটেই পৃথিবীয়ে আনন্দ করা কালত ময় তোমাক ধ্বংস করিম। [১৫] ইস্রায়েল-বংশর আধিপত্য ধ্বংস করা হোৱাত যেনেকৈ তুমি তার ওপরত আনন্দ করিছিলা, তেনেকৈ তোমার অহিতে ময়ো আনন্দ করিম; হে চেয়ীর পর্ব্বত, হে গোটেই ইদোম, তোমার সকলোকে ধ্বংস করা হব; তাতে, ময় যে যিহোৱা, তাক সিহঁতে জানিব।

ইস্রায়েলর পর্ব্বতবোরর অর্থে করা মঙ্গল-প্রতিজ্ঞা।

৩৬ আরু হে মনুষ্য-সন্তান, তুমি ইস্রায়েলর পর্ব্বতবোরর আগত ভাববাণী প্রচার করি কোৱা, হে ইস্রায়েলর পর্ব্বতবিলাক, তোমালোকে যিহোৱার বাক্য শুনা। [২] প্রভু যিহো-

ৰাই এই কথা কৈছে, শত্ৰুৱে তোমালোকৰ অহিতে কৈছে, "ভাল হৈছে," আৰু "পুৰাতন উচ্চস্থানবোৰ আমাৰ অধিকাৰ হল।" ৩ এই হেতুকে ভাববাণী প্ৰচাৰ কৰি কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, জাতিবিলাকৰ অৱশিষ্ট লোকে তোমালোকক অধিকাৰ কৰিবৰ নিমিত্তে, সিহঁতে তোমালোকক ধ্বংস আৰু চাৰিওফালে তোমালোকক গ্ৰাস কৰিলে; আৰু তোমালোক গপীহঁতৰ গপৰ ও লোকবিলাকে চৰ্চ্চি কৰাৰ বিষয় হলা। ৪ এই কাৰণে, এই কাৰণেইহে, হে ইস্ৰায়েলৰ পৰ্ব্বতবিলাক, তোমালোকে প্ৰভু যিহোৱাৰ বাক্য শুনা; চাৰিওফালে থকা জাতিবিলাকৰ অৱশিষ্ট ভাগলৈ লুটদ্ৰব্য আৰু নিন্দাৰ বিষয় হোৱা পৰ্ব্বত আৰু উপপৰ্ব্বতবোৰক, জুৰী বৈ যোৱা ঠাই আৰু উপত্যকাবোৰক, উচ্ছন্ন ধ্বংসস্থান আৰু পৰিত্যক্ত নগৰবোৰক প্ৰভু যিহোৱাই এই ৰূপে কৈছে, ৫ সেইবোৰ লুটদ্ৰব্য আৰু নিন্দাৰ বিষয় হোৱা হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে, লুটৰ আশাৰে মোৰ দেশ শূন্য কৰিবলৈ, জাতিবিলাকৰ যি অৱশিষ্ট ভাগে আৰু গোটেই ইদোমে হৃদয়ৰ সম্পূৰ্ণ আনন্দেৰে আৰু প্ৰাণৰ হিংসাৰে নিজৰ নিমিত্তে অধিকাৰৰ অৰ্থে মোৰ দেশ নিৰূপণ কৰিলে, সিহঁতৰ অহিতে মোৰ অন্তৰ্জ্বালাৰ অগ্নিত মই কৈছোঁ। ৬ এতেকে তুমি ইস্ৰায়েলৰ দেশৰ বিষয়ে ভাববাণী প্ৰচাৰ কৰি পৰ্ব্বত আৰু উপপৰ্ব্বতবোৰক, জুৰী বৈ যোৱা ঠাই আৰু উপত্যকাবোৰক কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, জাতিবিলাকে দিয়া লাজ তোমালোকে ভোগ কৰাৰ কাৰণে মোৰ অন্তৰ্জ্বালাত আৰু মোৰ ক্ৰোধত মই কৈছোঁ। ৭ এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে, মই হাত দাঙি শপথ কৰি কৈছোঁ, তোমালোকৰ চাৰিওফালে থকা জাতিবিলাকেহে আপোন আপোন লাজ ভোগ কৰিব। ৮ কিন্তু হে ইস্ৰায়েলৰ পৰ্ব্বতবিলাক, তোমালোকে হলে, তোমালোকৰ ডালবোৰ বঢ়াবা, আৰু মোৰ প্ৰজা ইস্ৰায়েলৰ নিমিত্তে তোমালোকে ফল উৎপন্ন কৰিবা; কিয়নো সিবিলাকৰ অহা সময় ওচৰ চাপিছে। ৯ কাৰণ দেখা, মই তোমালোকৰ সপক্ষ, আৰু মই তোমালোকলৈ ঘূৰিম; তোমালোকক চহোৱা আৰু তোমালোকত বোৱা হব। ১০ আৰু মই তোমালোকৰ ওপৰত মানুহবিলাকক, গোটেই ইস্ৰায়েল-বংশক, তাৰ আটাইবিলাকক বঢ়াম; আৰু নগৰবোৰত বসতি হব, আৰু উচ্ছন্ন ঠাইবোৰত ঘৰ সজা হব। ১১ আৰু মই তোমালোকৰ ওপৰত মানুহ ও পশু বৃদ্ধি কৰিম; তাতে সেইবিলাকে বাঢ়ি বাঢ়ি অধিক প্ৰাণী উৎপন্ন কৰিব। আৰু মই তোমালোকৰ দেশ আগৰ কালৰ দৰে বাসস্থান কৰিম, আৰু তোমালোকৰ আদি অৱস্থাতকৈ তোমালোকক অধিক মঙ্গল দান কৰিম; তাতে, মই যে যিহোৱা, তাক তোমালোকে জানিবা। ১২ এনে কি, মই তোমালোকৰ ওপৰেদি মানুহ, মোৰ প্ৰজা ইস্ৰায়েলকে অহাযোৱা কৰাম; সিবিলাকে তোমাক অধিকাৰ কৰিব, তুমি সিবিলাকৰ আধিপত্য হবা, আৰু তুমি সিবিলাকক পুনৰায় সন্তানহীন নকৰিবা। ১৩ প্ৰভু যিহোৱাই এই কথা কৈছে, তুমি মনুষ্য-গ্ৰাসকাৰিণী আৰু তোমাৰ জাতিৰ সন্তানহীনকাৰিণী বুলি লোকবিলাকে তোমালোকক কয়; ১৪ এই হেতুকে, প্ৰভু যিহোৱাই কৈছে, তুমি আৰু মনুষ্যক গ্ৰাস নকৰিবা, বা তোমাৰ জাতিক আকৌ সন্তানহীন নকৰিবা; ১৫ আৰু জাতিবিলাকে দিয়া লাজৰ কথা মই তোমাৰ কাণত আৰু নেপেলাম, লোকবিলাকৰ ধিক্কাৰ তুমি আৰু ভোগ নকৰিবা, আৰু তোমাৰ জাতিক আৰু উজুটি খুৱাবা, ইয়াক প্ৰভু যিহোৱাই কৈছে।

### ইস্ৰায়েলক শুচি কৰা।

১৬ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, ১৭ হে মনুষ্য-সন্তান, ইস্ৰায়েল-বংশই যেতিয়া আপোন দেশত বসতি কৰিছিল, তেতিয়া সিবিলাকে আপোনাবিলাকৰ আচাৰ-ব্যৱহাৰ আৰু কাৰ্য্যেৰে তাক অশুচি কৰিছিল; মোৰ আগত সিবিলাকৰ আচাৰ-ব্যৱহাৰ, ঋতুস্নান হোৱা তিৰুতাৰ অশৌচৰ নিচিনা আছিল। ১৮ এই হেতুকে, সিবিলাকে দেশত ৰক্তপাত কৰাৰ কাৰণে, আৰু আপোনাবিলাকৰ মূৰ্ত্তিৰে তাক অশুচি কৰাৰ নিমিত্তে, মই সিবিলাকৰ ওপৰত মোৰ কোপ বৰষালোঁ। ১৯ আৰু

মই সিবিলাকক জাতিবিলাকৰ মাজত ছিন্নভিন্ন কৰিলোঁ, সিবিলাক দেশবোৰৰ মাজত গোট গোট হল; সিবিলাকৰ আচাৰ-ব্যৱহাৰ আৰু কাৰ্য্য অনুসাৰে মই সিবিলাকক বিচাৰসিদ্ধ দণ্ড দিলোঁ। ২০ আৰু সিবিলাক যি জাতিবিলাকৰ গুৰিলৈ গল, সেই জাতিবিলাকৰ গুৰিলৈ গৈ সিবিলাকে মোৰ পবিত্ৰ নাম অপবিত্ৰ কৰিলে; কিয়নো লোকে সিবিলাকৰ বিষয়ে কৈছিল, ইহঁত যিহোবাৰ প্ৰজা, আৰু তেওঁৰেই দেশৰ পৰা ওলাই অহা লোক। ২১ কিন্তু ইস্ৰায়েল-বংশ যোৱা জাতিবিলাকৰ মাজত সিবিলাকে অপবিত্ৰ কৰা মোৰ পবিত্ৰ নামৰ নিমিত্তে মোৰ দয়া জন্মিল। ২২ এই হেতুকে তুমি ইস্ৰায়েল-বংশক কোৱা, প্ৰভু যিহোবাই এই কথা কৈছে, হে ইস্ৰায়েল-বংশ, মই তোমালোকৰ নিমিত্তে কাৰ্য্য নকৰোঁ, কিন্তু তোমালোক যোৱা জাতিবিলাকৰ মাজত তোমালোকে অপবিত্ৰ কৰা মোৰ পবিত্ৰ নামৰ কাৰণেহে কৰিম। ২৩ আৰু জাতিবিলাকৰ মাজত তোমালোকে অপবিত্ৰ কৰা, জাতিবিলাকৰ মাজত অপবিত্ৰীকৃত হোৱা মোৰ মহৎ নাম মই পবিত্ৰ কৰিম; আৰু প্ৰভু যিহোবাই কৈছে, যেতিয়া মই জাতিবিলাকৰ সাক্ষাতে তোমালোকৰ মাজত পবিত্ৰীকৃত হম, তেতিয়া, মই যে যিহোবা, তাক জাতিবিলাকে জানিব। ২৪ কিয়নো মই জাতিবিলাকৰ মাজৰ পৰা তোমালোকক লৈ, আটাই দেশৰ পৰা তোমালোকক গোটাই তোমালোকৰ নিজ দেশলৈ নিম। ২৫ আৰু মই তোমালোকৰ ওপৰত শুচি জল ছটিয়াম, তাতে তোমালোক শুচি হবা; মই তোমালোকৰ আটাই অশৌচৰ পৰা, আৰু তোমালোকৰ আটাই মূৰ্ত্তিৰ পৰা তোমালোকক শুচি কৰিম। ২৬ মই তোমালোকক এক নতুন হৃদয় দিম, আৰু তোমালোকৰ অন্তৰত এক নতুন আত্মা স্থাপন কৰিম; আৰু মই তোমালোকৰ শৰীৰৰ পৰা শিলৰূপ মন গুচাই তোমালোকক মাংসৰূপ মন দিম। ২৭ আৰু মই তোমালোকৰ অন্তৰত মোৰ আত্মা স্থাপন কৰি, তোমালোকক মোৰ বিধিবোৰত চলাম; তাতে তোমালোকে মোৰ শাসন-প্ৰণালীবোৰ পালন কৰি সেই মতে কাৰ্য্য কৰিবা। ২৮ আৰু মই তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক দিয়া দেশত তোমালোকে বাস কৰিবা; আৰু তোমালোক মোৰ প্ৰজা হবা, আৰু মই তোমালোকৰ ঈশ্বৰ হম। ২৯ মই তোমালোকৰ আটাই অশৌচৰ পৰা তোমালোকক ৰক্ষা কৰিম; আৰু মই ঘেঁহু ধান আহ্বান কৰি তাক বৃদ্ধি কৰিম, আৰু তোমালোকৰ ওপৰত দুৰ্ভিক্ষ-ভাৰ অৰ্পণ নকৰিম। ৩০ তোমালোকে জাতিবিলাকৰ মাজত দুৰ্ভিক্ষৰ দুৰ্নাম আৰু নেপাবৰ নিমিত্তে গছৰ ফল আৰু পথাৰৰ উৎপন্ন বস্তু মই বৃদ্ধি কৰিম। ৩১ তেতিয়া তোমালোকে আপোনাবিলাকৰ কু-আচৰণ আৰু মন্দ কাৰ্য্যবোৰ সোঁৱৰণ কৰিবা; তোমালোকৰ অপৰাধ আৰু ঘিণলগীয়া কাৰ্য্যৰ নিমিত্তে তোমালোকে আপোনাবিলাকৰ দৃষ্টিত আপোনাবিলাকক ঘিণাবা। ৩২ প্ৰভু যিহোবাই কৈছে, তোমালোকলৈ চাই যে মই এই কাৰ্য্য নকৰোঁ, ইয়াক তোমালোকে জনা উচিত; হে ইস্ৰায়েল-বংশ, তোমালোকৰ আচাৰ-ব্যৱহাৰৰ নিমিত্তে তোমালোক লজ্জিত আৰু বিবৰ্ণ হোৱা। ৩৩ প্ৰভু যিহোবাই এই কথা কৈছে, তোমালোকৰ আটাই অপৰাধৰ পৰা মই তোমালোকক শুচি কৰা দিনা মই নগৰবোৰ বাসস্থান কৰিম, আৰু উচ্ছন্ন ঠাইবোৰ পুনৰায় নিৰ্ম্মাণ কৰা হব। ৩৪ আৰু যি দেশ আটাই বাটৰুৱাৰ সাক্ষাতে উচ্ছন্ন আছিল, সেই উচ্ছন্ন দেশ চহোৱা হব; ৩৫ আৰু লোকে কব, এই যি দেশ ধ্বংস কৰা হৈছিল, এই দেশ এদন বাৰীৰ নিচিনা হল, আৰু এই যি নগৰবোৰ ধ্বংসস্থান, উচ্ছন্ন, আৰু ভগ্ন হৈছিল, এই নগৰবোৰ গড়েৰে আবৃত আৰু বাসস্থান হল। ৩৬ মই যিহোবায়েই যে ভগা ঠাইবোৰ পুনৰায় নিৰ্ম্মাণ কৰিলোঁ, আৰু ধ্বংস কৰা ঠাই বাৰী কৰিলোঁ, তাক তোমালোকৰ চাৰিওফালে অৱশিষ্ট থকা জাতিবিলাকে তেতিয়া জানিব। মই যিহোবাই ইয়াক কলোঁ, আৰু ইয়াক সিদ্ধও কৰিম।

৩৭ প্ৰভু যিহোবাই এই ৰূপে কৈছে, আৰু এটা কথা আছে; মই যেন ইস্ৰায়েল-বংশৰ নিমিত্তে ইয়াক কৰিম, এই নিমিত্তে সিবিলাকে মোৰ আগত প্ৰাৰ্থনা কৰিবলৈ মই বাট চাই থাকিম; মই মেৰৰ জাকৰ দৰে সিবিলাকক মানুহেৰে বৃদ্ধি কৰিম। ৩৮ পবিত্ৰ মেৰ-জাকৰ, যিৰূচালেমৰ নিৰূপিত উৎসৱৰ মেৰ-জাকৰেই

নিচিনাকৈ ধ্বংস-নগরবোর মানুহর জাকেরে পরিপূর্ণ হব; তাতে, ময় যে যিহোৱা, তাক সিবিলাকে জানিব।

ইস্রায়েল জাতিক পুনরায় জীউৱা।

**৩৭** পাছে যিহোৱার হাত মোর ওপরত অৰ্পিত হল, আৰু যিহোৱাই আপোন আত্মারে মোক লৈ গৈ উপত্যকাটীর মাজত থলে; সেই উপত্যকা হাড়েরে পরিপূর্ণ। [২] তেওঁ চারিওফালে সেইবোরর ওচরে ওচরে মোক ফুরালে, আৰু দেখা, সেই উপত্যকাটীত অনেক অনেক হাড় আছিল, আৰু দেখা, সেইবোর অতি শুকান। [৩] পাছে তেওঁ মোক কলে, হে মনুষ্য-সন্তান, এই হাড়বোর জীব পারে নে? তাতে ময় কলোঁ, হে প্রভু যিহোৱা, তুমিহে জানা। [৪] তেতিয়া তেওঁ মোক কলে, তুমি এই হাড়বোরর আগত ভাববাণী প্রচার করা, আৰু এইবোরক কোৱা, হে শুকান হাড়বিলাক, যিহোৱার বাক্য শুনা। [৫] প্রভু যিহোৱাই এই হাড়বোরক এই কথা কৈছে, দেখা, ময় তোমালোকর ভিতরত প্রাণবায়ু সুমুৱাম; তাতে তোমালোক জীবা। [৬] আৰু ময় তোমালোকর ওপরত শির দিম, মাংস উৎপন্ন করিম, তোমালোকক ছালেরে ঢাকিম, আৰু তোমালোকর ভিতরত প্রাণ-বায়ু দিম; তাতে তোমালোক জীবা, আৰু ময় যে যিহোৱা, তাক তোমালোকে জানিবা। [৭] পাছে ময় আজ্ঞা পোৱার দরে ভাববাণী প্রচার করিলোঁ; ময় প্রচার করোঁতে এটী শবদ হল; দেখা, মড় মড় শবদ হল; আৰু হাড়বোর গোট খাই আপোন আপোন হাড়ত লাগিল। [৮] আৰু ময় চাই দেখিলোঁ, সেইবোরত শির হল, মাংস উৎপন্ন হল, আৰু সেইবোরক ছালে ঢাকিলে; কিন্তু সেইবোরর ভিতরত প্রাণ-বায়ু নাছিল। [৯] পাছে তেওঁ মোক কলে, বায়ুর আগত ভাববাণী প্রচার করা; হে মনুষ্য-সন্তান, ভাববাণী প্রচার করি বায়ুক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, হে বায়ু, চারিওদিশর পরা আহি, এই হত লোকবোর জীবর নিমিত্তে ইহঁতর ওপরত ব-লোৱা। [১০] তাতে তেওঁ মোক আজ্ঞা দিয়ার দরে, ময় ভাববাণী প্রচার করিলোঁ; তেতিয়া সিহঁতর ভিতরত প্রাণবায়ু সোমালত সিহঁত জীলে, আৰু অতিশয় মহাবাহিনী হৈ আপোন আপোন ভরিত ভর দি থিয় হল। [১১] পাছে তেওঁ মোক কলে, হে মনুষ্য-সন্তান, এই হাড়বোরেই ইস্রায়েলর গোটেই বংশ; দেখা, সিবিলাকে কয়, আমার হাড়বোর শুকাল, আৰু আমার আশা নাইকিয়া হল, আমি নিচেইকৈ উচ্ছন্ন হলোঁ। [১২] এই হেতুকে তুমি ভাববাণী প্রচার করি সিবিলাকক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, দেখা, হে মোর প্রজাবিলাক, ময় তোমালোকর মৈদামবোর মুকলি করিম, আৰু তোমালোকর মৈদামর পরা তোমালোকক উলিয়াম, আৰু ময় তোমালোকক ইস্রায়েল দেশলৈ লৈ যাম। [১৩] আৰু হে মোর প্রজাবিলাক, ময় যেতিয়া তোমালোকর মৈদামবোর মুকলি করিম, আৰু তোমালোকর মৈদামর পরা তোমালোকক উলিয়াম, তেতিয়া, ময় যে যিহোৱা, তাক তোমালোকে জানিবা। [১৪] আৰু ময় তোমালোকর অন্তরত মোর আত্মা স্থাপন করিম; তাতে তোমালোক জীবা, আৰু ময় তোমালোকর দেশত তোমালোকক বহুৱাম; আৰু ময় যিহোৱায়েই যে ইয়াক কলোঁ, আৰু ইয়াক সিদ্ধও করিলোঁ, তাক তোমালোকে জানিবা, ইয়াক যিহোৱাই কৈছে।

[১৫] পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [১৬] হে মনুষ্য-সন্তান, তুমি আপোনার নিমিত্তে এডাল কাঠ লৈ তার ওপরত এই কথা লিখা, "যিহূদার আৰু তেওঁর লগরীয়া ইস্রায়েলর সন্তানবিলাক;" পাছে আৰু এডাল কাঠ লৈ তার ওপরত এই কথা লিখা, "যোচেফর, অর্থাৎ ইফ্রয়িমর আৰু তেওঁর লগরীয়া ইস্রায়েলর আটাই বংশর কাঠ;" [১৭] আৰু সেই দুডাল তোমার হাতত এডাল হবর নিমিত্তে এডালর লগত আন ডাল লগ লগাই তোমার নিমিত্তে এডাল করা। [১৮] আৰু, এইবোরর দ্বারায় তুমি কি বুজাইছা, তাক তুমি আমাক নজনাবা নে? এই বুলি তোমার জাতির সন্তানবিলাকে যেতিয়া তোমাক সুধিব, [১৯] তেতিয়া তুমি সিবিলাকক কবা, প্রভু যিহোৱাই এই কথা কৈছে, দেখা, ময় ইফ্রয়িমর হাতত থকা যোচেফর কাঠডাল, আৰু তেওঁর লগরীয়া ইস্রায়েলর

কৈদবিলাকক লৈ যিহূদার কাঠডালর লগতে লগ লগাই এডাল করিম, আরু সিবিলাক মোর হাতত এডাল হব। [20] আরু তুমি লিখা কাঠ ডুডাল সিবিলাকর আগত তোমার হাতত থাকিব। [21] আরু তুমি সিবিলাকক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, দেখা, ইস্রায়েলর সন্তানবিলাক যোৱা জাতিবিলাকর মাজর পরা মই সিবিলাকক লৈ, চারিওফালর পরা সিবিলাকক গোটাই সিবিলাকর নিজ দেশলৈ লৈ যাম। [22] পাছে মই দেশত, ইস্রায়েলর পর্ব্বতবোরর ওপরত সিবিলাকক এক জাতি করিম, আরু এজন রজা সিবিলাক আটাইরে রজা হব; সিবিলাক পুনরায় দুই জাতি নহব, বা কেতিয়াও দুই রাজ্যে বিভক্ত নহব। [23] আরু সিবিলাকে আপোনাবিলাকর মূর্ত্তিরে, আপোনাবিলাকর ঘিণলগীয়া বস্তরে, নাইবা আপোনাবিলাকর অপরাধর কোনো অপরাধেরে আপোনাবিলাকক আরু অশুচি নকরিব; কিন্তু সিবিলাকে পাপ করা সিবিলাকর আটাই বাসস্থানর পরা মই সিবিলাকক রক্ষা করিম, আরু সিবিলাকক শুচি করিম; তাতে সিবিলাক মোর প্রজা হব, আরু মই সিবিলাকর ঈশ্বর হম। [24] আরু মোর দাস দায়ূদ সিবিলাকর ওপরত রজা হব, আরু সিবিলাক সকলোরে এজন রখীয়া হব; সিবিলাকে মোর শাসন-প্রণালীবোরত চলিব, আরু মোর বিধিবোর পালন করি সেই মতে কার্য্য করিব। [25] আরু তোমালোকর পূর্ব্বপুরুষবিলাকে বাস করা, মোর দাস যাকোবক মই দিয়া দেশখনত সিবিলাকে বাস করিব; সিবিলাকে আপোনাবিলাকর পুত্র-পৌত্রাদিক্রমে চিরকাললৈকে তাত বাস করিব, আরু মোর দাস দায়ূদ চিরকাললৈকে সিবিলাকর অধিপতি হব। [26] ইয়ার বাহিরে মই সিবিলাকর লগত এটা শান্তির নিয়ম করিম; সেয়ে সিবিলাকে সৈতে এটা চিরকলীয়া নিয়ম হব; মই সিবিলাকক স্থাপন করি সিবিলাকক বৃদ্ধি করিম, আরু চিরকাললৈকে সিবিলাকর মাজত মোর ধর্ম্মধাম স্থাপন করিম। [27] মোর আবাসো সিবিলাকর লগত থাকিব, আরু মই সিবিলাকর ঈশ্বর হম, আরু সিবিলাক মোর প্রজা হব। [28] আরু যেতিয়া মোর ধর্ম্মধাম সিবিলাকর মাজত চিরকাললৈকে থাকিব, তেতিয়া, মই যে ইস্রায়েলক পবিত্র করোঁতা যিহোৱা, তাক জাতিবিলাকে জানিব।

অন্তিম কালত গোগে ইস্রায়েলক আক্রমণ করা। গোগর বিনাশ।

৩৮ পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল, বোলে, [2] হে মনুষ্য-সন্তান, মাগোগ-দেশীয়, রোচ, মেচেক, আরু তূবলর অধিপতি গোগর ফাললৈ মুখ করি তার বিরুদ্ধে ভাববাণী প্রচার করি কোৱা, [3] প্রভু যিহোৱাই এই কথা কৈছে, দেখা, রোচ, মেচেক, আরু তূবলর অধিপতি হে গোগ, মই তোমার বিপক্ষ। [4] মই তোমাক ওলোটাম, আরু তোমার জাবুঁদাতর গুরিত হাঁকোটা লগাই তোমাক, আরু তোমার ঘোঁৰা আরু অশ্বারোহী আদি আটাই সৈন্য-সামন্তকে উলিয়াম; সিহঁত আটাইবোর সু-সজ্জিত, ফর আরু ঢাল ধরা মহাদল; সিহঁত আটাইবোর তরোৱালধারী। [5] সিহঁতর লগত পারস্য, কূচ, আরু পূট আছে; সিহঁত আটাইবোর ঢাল লোৱা, আরু শিরোরক্ষক টুপি পিন্ধা। [6] গোমর আরু তার আটাই দলসমূহ, উত্তরর অন্তভাগত থকা তোগর্মার বংশ, আরু তার আটাই দলসমূহ আদি করি অনেক অনেক জাতি তোমারে সৈতে আছে। [7] তুমি যুগুত হোৱা, আপোনাকে যুগুত করা; তুমি আপোনার ওচরত গোট খোৱা দলসমূহে সৈতে যুগুত হোৱা, আরু তুমি সিহঁতর রখীয়া হোৱা। [8] বহুদিনর পাছত তোমার সৈন্যসমূহ গোটোৱা হব; তরোৱালর মুখর পরা রক্ষা পোৱা, অনেক জাতিসমূহর পরা গোটোৱা লোকবিলাকর দেশলৈ, বহুকালর পরা উচ্ছন্ন হোৱা ইস্রায়েলর পর্ব্বতবোরলৈ বছরবোরর শেষ ভাগত তুমি যাত্রা করিবা; কিন্তু সেই দেশর লোকবিলাকক জাতিবিলাকর মাজর পরা উলিওৱা হল, আরু সিবিলাক আটায়ে নিরাপদে বাস করিছে। [9] তুমি উঠি ধুমুহার নিচিনাকৈ যাত্রা করিবা; তুমি আরু তোমার আটাই দলসমূহে আরু তোমারে সৈতে অনেক জাতিয়ে মেঘর দরে দেশ ঢাকিবা। [10] প্রভু যিহোৱাই এই রূপে কৈছে, সেই দিনা তোমার মনত নানা ভাব উদয় হব,

আৰু তুমি কুকল্পনা কৰিবা ; [১১] আৰু তুমি কবা, লুট কৰিবলৈ আৰু বস্তু কাঢ়ি আনিবলৈ, বৰ্ত্তমানে বাস কৰা উচ্ছন্ন ঠাইবোৰৰ অহিতে, আৰু জাতিবিলাকৰ মাজৰ পৰা গোটোৱা, গৰু ছাগলি আদি বস্তু অৰ্জ্জা, পৃথিবীৰ মাজ ঠাইত বাস কৰা জাতিৰ অহিতে মোৰ হাত চলাবলৈ, [১২] গড় নোহোৱা গাঁও থকা দেশখনলৈ মই উঠি যাম, সুস্থিৰে থকা নিৰাপদে বাস কৰা, সমুলি গড়, ডাং, কি কপাট নোহোৱাকৈ বাস কৰা লোকবিলাকৰ ভালৈ যাম। [১৩] চিবা, দদান, তৰ্চীচৰ বণিকবিলাক, আৰু তাৰ আটাই ডেকা সিংহবোৰে তোমাক কব, আপুনি লুট কৰিবলৈ আনো অহা নাই ? বস্তু কাঢ়ি নিবলৈ, সোণ আৰু ৰূপ লৈ যাবলৈ, গৰু মেৰ আদি অধিক লুটদ্ৰব্য লৈ যাবলৈ আপুনি জানো আপোনাৰ দলসমূহক গোটোৱা নাই ?

[১৪] এই হেতুকে, হে মনুষ্য-সন্তান, তুমি ভাববাণী প্ৰচাৰ কৰি গোগক কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, সেই দিনা যেতিয়া মোৰ প্ৰজা ইস্ৰায়েলে নিৰাপদে বাস কৰিব, তেতিয়া তুমি জানো তাক নেজানিবা ? [১৫] আৰু তুমি উত্তৰৰ অন্তভাগৰ আপোন ঠাইৰ পৰা যাত্ৰা কৰিবা, আৰু তোমাৰে সৈতে অনেক জাতি যাব ; সিহঁত আটাইবোৰ অশ্বাৰোহী, সিহঁত মহাদল আৰু পৰাক্ৰমী সৈন্যসামন্ত। [১৬] তুমি এডোখৰ মেঘৰ নিচিনাকৈ দেশ ঢাকি মোৰ প্ৰজা ইস্ৰায়েলৰ অহিতে উঠি যাবা ; হে গোগ, মই জাতিবিলাকৰ সাক্ষাতে তোমাৰ মাজত পবিত্ৰীকৃত হলে জাতিবিলাকে মোক জানিবৰ নিমিত্তে শেষকালত মোৰ দেশৰ বিৰুদ্ধে মই তোমাক লৈ যাম। [১৭] প্ৰভু যিহোৱাই এই কথা কৈছে, ইস্ৰায়েলৰ বিৰুদ্ধে তোমাক আনিম বুলি আগৰ কালত অনেক বছৰ ভাববাণী প্ৰচাৰ কৰা মোৰ দাস ভাববাদীবিলাকৰ দ্বাৰায় যাৰ বিষয়ে মই কৈছিলোঁ, তুমিয়েই সেই জন নোহোৱা নে ? [১৮] আৰু প্ৰভু যিহোৱাই কৈছে, গোগ ইস্ৰায়েল দেশৰ বিৰুদ্ধে যোৱা দিনা মোৰ নাকত ক্ৰোধাগ্নি উঠিব। [১৯] কিয়নো মোৰ অন্তৰ্জ্বালাত আৰু ক্ৰোধাগ্নিত মই কৈছোঁ, ইস্ৰায়েল দেশত সেই দিনা নিশ্চয়ে এনে মহৎ কম্পন হব, যে, [২০] সমুদ্ৰৰ মাছ, আকাশৰ পক্ষী, বনৰীয়া জন্তু, মাটিত বগাই ফুৰা আটাই উৰগ জন্তু, আৰু পৃথিবীৰ ওপৰত থকা সকলো মানুহ মোৰ সম্মুখত কঁপিব, আৰু পৰ্ব্বতবোৰ পেলোৱা হব, গড়া ঠাইবোৰ খহি পৰিব, আৰু প্ৰত্যেক গড় মাটিৰে সমান হব। [২১] আৰু প্ৰভু যিহোৱাই কৈছে, মোৰ সকলো পৰ্ব্বতত মই তাৰ অহিতে তৰোৱাল মাতিম ; প্ৰত্যেক মানুহৰ তৰোৱাল আপোন আপোন ভাইৰ বিৰুদ্ধে হব। [২২] আৰু মই মহামাৰী আৰু ৰক্তপাতেৰে তাক বিচাৰসিদ্ধ দণ্ড দিম ; আৰু মই তাৰ, তাৰ দলসমূহৰ, আৰু তাৰ লগত থকা অনেক জাতিৰ ওপৰত, প্লাবন কৰোঁতা বৰষুণ, মহাশিলাবৃষ্টি, অগ্নি, আৰু গন্ধক বৰষাম। [২৩] আৰু মই নিজকে মহান আৰু পবিত্ৰ কৰিম, আৰু অনেক জাতিৰ আগত নিজকে চিনাকী দিম ; তাতে, মই যে যিহোৱা, তাক সিহঁতে জানিব।

**৩৯** আৰু হে মনুষ্য-সন্তান, তুমি গোগৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰি কোৱা, প্ৰভু যিহোৱাই এই ৰূপে কৈছে, ৰোচ, মেচেক, আৰু তূবলৰ অধিপতি হে গোগ, দেখা, মই তোমাৰ বিপক্ষ। [২] আৰু মই তোমাক ওলোটাম, তোমাক চলাই লৈ আহিম, আৰু উত্তৰৰ অন্তভাগৰ পৰা তোমাক উলিয়াই ইস্ৰায়েলৰ পৰ্ব্বতবোৰৰ ওপৰলৈ তোমাক আনিম। [৩] আৰু মই প্ৰহাৰ কৰি তোমাৰ ধনু তোমাৰ বাওঁ হাতৰ পৰা পেলাই দিম, আৰু তোমাৰ সোঁ হাতৰ পৰা তোমাৰ কাঁড়বোৰ পৰি যোৱা কৰিম। [৪] তুমি ইস্ৰায়েলৰ পৰ্ব্বতবোৰৰ ওপৰত তোমাৰ আটাই দলসমূহ আৰু তোমাৰ লগত থকা জাতিবিলাকে সৈতে পৰি থাকিবা ; তোমাক খাবলৈ মই সকলো বিধৰ হিংসক পক্ষী আৰু বনৰীয়া জন্তুক তোমাক দিম। [৫] প্ৰভু যিহোৱাই কৈছে, তুমি মুকলি পথাৰত পৰি থাকিবা ; কাৰণ ময়েই ইয়াক কলোঁ। [৬] আৰু মই মাগোগৰ মাজলৈ, আৰু দ্বীপবোৰত নিৰাপদে বাস কৰাবোৰৰ মাজলৈ অগ্নি পঠাম ; তাতে, মই যে যিহোৱা, তাক সিহঁতে জানিব। [৭] আৰু মই মোৰ পবিত্ৰ নাম মোৰ প্ৰজা ইস্ৰায়েলৰ মাজত জনাম, আৰু মোৰ পবিত্ৰ নাম অপবিত্ৰীকৃত হবলৈ আৰু নিদিম ; তাতে, মই যে

যিহোৱা ইস্রায়েলর পবিত্ৰ জনা, তাক জাতিবিলাকে জানিব। [৮] প্ৰভু যিহোৱাই কৈছে, দেখা, সেয়ে আহিছে, সেয়ে সিদ্ধ হব; ময় কোৱা দিন এয়ে। [৯] সেই সময়ত ইস্রায়েলর নগর-নিবাসীবিলাকে ওলাই গৈ, ফর আরু ঢাল, ধনু আরু কাঁড়, হাতর লাঠি আরু জাঠি আদি অস্ত্ৰবোর খরি করি পুরিব; সিবিলাকে সাত বছরলৈকে সেইবোর খরি করি পুরি থাকিব। [১০] সিবিলাকে পথারর পরা খরি নানিব, আরু কাঠনিত কোনো গছ নেকাটিব; কিয়নো সিবিলাকে অস্ত্ৰবোরকে খরি করি পুরিব। প্ৰভু যিহোৱাই কৈছে, সিবিলাকক লুট করাবোরক সিবিলাকে লুট করিব, আরু সিবিলাকক অপহরণ করাবোরক সিবিলাকে অপহরণ করিব।

[১১] আরু ময় সেই দিনা ইস্রায়েলর মাজত সমুদ্রর পুব ফালর বাটরুৱাবিলাকর উপত্যকাটোত গোগক পুতিবলৈ ঠাই দিম; সেয়ে বাটরুৱার বাট বন্ধ করিব; সেই ঠাইতে সিবিলাকে গোগ আরু তার আটাই লোকসমূহক পুতিব; আরু সিবিলাকে তার নাম হামোন-গোগর [গোগর লোকসমূহর] উপত্যকা থব। [১২] আরু দেশ শুচি করিবর নিমিত্তে ইস্রায়েল-বংশই সাত মাহলৈকে সিহঁতক পুতি থাকিব। [১৩] এনে কি, দেশর আটাই লোকে সিহঁতক পুতিব; প্ৰভু যিহোৱাই কৈছে, ময় গৌরৱান্বিত হবর দিনা সেয়ে সিবিলাকলৈ যশস্যার কারণ হব। [১৪] লোকবিলাকে কামত অনবরত লাগি থাকিব পরা মানুহক বাচি লব; সিহঁতে দেশ ভ্ৰমণ করি করি, দেশ শুচি করিবর অৰ্থে মাটিত পড়ি থকা অবশিষ্টবিলাকক বাটরুৱার সহায়ত পুতি থব; সাত মাহর মূরত সিবিলাকে বিচারি ফুরিব। [১৫] আরু কোনো বাটরুৱাই দেশর মাজেদি যাওঁতে যদি মানুহর হাড় দেখে, তেন্তে, পোতোঁতা মানুহে হামোন-গোগর উপত্যকাত তাক পোতোক বুলি সি তার ওচরত এটা চিন দিব। [১৬] আরু হামোনা [লোকসমূহ] বুলি এখন নগরর নামো হব। এই রূপে সিবিলাকে দেশ শুচি করিব।

[১৭] আরু হে মনুষ্য-সন্তান, প্ৰভু যিহোৱাই এই রূপে কৈছে, আটাই বিধর পক্ষীক আরু আটাই বনরীয়া জন্তুক তুমি কোৱা, তোমালোকে গোট খাই আহাঁ; তোমালোকে মাংস খাবলৈ আরু রক্ত পান করিবলৈ, মোর যজ্ঞলৈ, ইস্রায়েলর পৰ্ব্বতবোরর ওপরত ময় যি যজ্ঞ করিম, তালৈকে চারিওফালর পরা আহি একত্র হোৱা। [১৮] তোমালোকে বীরবিলাকর মাংস খাবা, আরু মটা মের, মের পোৱালি, ছাগ, আরু ভতরাস্বরূপ পৃথিবীর অধিপতিবিলাকর রক্ত পান করিবা; সিবিলাক আটাইবিলাক বাচানর হৃষ্টপুষ্ট পশুস্বরূপ। [১৯] আরু তোমালোকর নিমিত্তে ময় যি যজ্ঞ করিম, তার তেল তোমালোকে তৃপ্ত নোহোৱালৈকে ভোজন করিবা, আরু তোমালোকে মত্তলীয়া নোহোৱালৈকে তার তেজ পান করিবা। [২০] আরু প্ৰভু যিহোৱাই কৈছে, তোমালোকে মোর মেজত বহি ঘোঁরা আরু রথ, বীর আরু আটাই রণুৱাক খাই পেট ভরাবা। [২১] এই রূপে ময় জাতিবিলাকর মাজত মোর গৌরব স্থাপন করিম, আরু মোর যি দণ্ড ময় সিদ্ধ করিম, আরু সিহঁতর ওপরত মোর যি হাত অৰ্পণ করিম, তাক আটাই জাতিয়ে দেখিব। [২২] ইস্রায়েল-বংশই সেই দিনার পরা আগলৈ, ময় যে সিবিলাকর ঈশ্বর যিহোৱা, তাক জানিব। [২৩] আরু জাতিবিলাকে জানিব, যে, ইস্রায়েল-বংশই আপোন অপরাধতে দেশান্তরলৈ গৈছিল; কারণ সিবিলাকে মোর অহিতে বিদ্রোহ করাত, ময় সিবিলাকর পরা মোর মুখ ঢাকি সিবিলাকর শত্রুর হাতত সিবিলাকক সোধাই দিছিলোঁ, আরু সিবিলাক আটাইবিলাক তরোৱালর দ্বারায় পতিত হৈছিল। [২৪] সিবিলাকর অশৌচ আরু নানা অপরাধ অনুসারে, ময় সিবিলাকলৈ কাৰ্য্য করিছিলোঁ, আরু সিবিলাকর পরা মোর মুখ ঢাকিছিলোঁ।

[২৫] কিন্তু, প্ৰভু যিহোৱাই কৈছে, এতিয়া ময় যাকোবর বন্দী-অরস্থা পরিবৰ্ত্তন করিম, আরু গোটেই ইস্রায়েল-বংশক দয়া করিম, আরু মোর পবিত্ৰ নামর অৰ্থে ময় উৎসাহী হম। [২৬] আরু যেতিয়া সিবিলাকে নিজ দেশত নিরাপদে বাস করিব, আরু কোনেও সিবিলাকক ভয় নেদেখুৱাব, [২৭] যেতিয়া ময় সিবিলাকক জাতিবিলাকর মাজর পরা ওলোটাই আনি, সিবিলাকর শত্রুর

দেশবোরর পরা গোটাই অনেক জাতির সাক্ষাতে সিবিলাকর মাজত পবিত্রীকৃত হম, তেতিয়া সিবিলাকে আপোনাবিলাকর লাজর, আরু সিবিলাকে মোর বিরুদ্ধে করা আপোনাবিলাকর আটাই অপরাধর ভার বব। [২৮] আরু মই সিবিলাকক জাতিবিলাকর মাজলৈ দেশান্তর করার পাছে সিবিলাকর দেশলৈ আনি সিবিলাকক গোটালে, মই যে সিবিলাকর ঈশ্বর যিহোবা, তাক সিবিলাকে জানিব, আরু মই তাত সিবিলাকর কাকো আরু অবশিষ্ট নেরাখিম। [২৯] আরু মই সিবিলাকর পরা মোর মুখ আরু নেঢাকিম; কিয়নো, প্রভু যিহোবাই কৈছে, মই ইস্রায়েল-বংশর ওপরত মোর আত্মা বাকি দিম।

নতুন মন্দিরর বর্ণনা।

**৪০** আমি দেশান্তরিত হোবার পঁচিশ বছরর বছরি, বছরর আরম্ভনত, মাহর দশম দিনা, নগরখন প্রহারিত হোবার চতুর্দ্দশ বছরর সেই দিনাই যিহোবাই আপোন হাত মোর ওপরত দি মোক তালৈ নিলে। [২] তেওঁ মোক ঈশ্বরীয় দর্শনত ইস্রায়েল দেশলৈ নি এটা অতিশয় ওখ পর্ব্বতত বহুবালে; তার ওপরত দক্ষিণফালে এক নগরস্বরূপ গৃহ দেখা গৈছিল। [৩] তেওঁ মোক তালৈ নিলে, আরু দেখা, হাতত এগছ শণ সূতার রচি আরু এডাল পরিমাণ-নল লোবা পিত্তলর আভার নিচিনা আভা থকা এজন পুরুষ আছিল; তেওঁ বাট-চরাত থিয় হৈ আছিল। [৪] পাছে সেই পুরুষে মোক কলে, হে মনুষ্য-সন্তান, তুমি আপোনার চকুরে দেখা, আপোনার কাণেরে শুনা, আরু মই তোমাক যি যি দেখুরাম, সেই সকলোলৈ মন দিয়া; কিয়নো মই যেন সেই সকলোকে তোমাক দেখুরাম, এই অভিপ্রায়েরেহে তোমাক ইয়ালৈ অনা হল; তুমি যি যি দেখিবা, সেই সকলোকে ইস্রায়েল-বংশক জনাবা।

[৫] আরু দেখা, গৃহর বাহিরে চারিওফালে এটা গড় আছিল, আরু পুরুষজনর হাতত জুখিবর নিমিত্তে ছহাত দীঘল এডাল নল আছিল; তার প্রত্যেক হাতর জোখ এক হাত চারি আঙুল; পাছে তেওঁ গড় জুখিলত, ডাঠে এক নল, আরু ওখই এক নল হল। [৬] তেতিয়া তেওঁ পূবফালে মুখ করা বাট-চরালৈ আহি তার খটখটীয়েদি উঠিল, আরু তেওঁ সেই বাট-চরার দুরারডলি জুখিলত বহলে এক নল হল; আরু এক নল বহল আন দুরারডলিও আছিল। [৭] আরু প্রত্যেক প্রহরী-খোঁটালী এক নল দীঘল আরু এক নল বহল আছিল, আরু সেই খোঁটালীবোর পাঁচ হাত পাঁচ হাত অন্তরে আছিল; আরু গৃহর ফালে বাট-চরাটোর বারাণ্ডার কোষত থকা দুরারডলি এক নল আছিল। [৮] তেওঁ বাট-চরাটোর গৃহর ফাললৈ থকা বারাণ্ডা জুখি এক নল পালে। [৯] পাছে তেওঁ বাট-চরাটোর বারাণ্ডা জুখি আঁঠ হাত পালে, আরু বারাণ্ডার ওলাই থকা সম্মুখর দুই ভাগ জুখি দুহাত দুহাত পালে, আরু বাট-চরাটোর বারাণ্ডা গৃহর ফাললৈ আছিল। [১০] আরু সেই পূব ফালর বাট-চরাটোর প্রহরী-খোঁটালী একালে তিনটা আনফালে তিনটা আছিল, সেই তিনিওটা একে জোখর; আরু ইফালে সিফালে থকা প্রহরী-খোঁটালী পৃথক করা দেবালবোর একে জোখর। [১১] পাছে তেওঁ সেই বাট-চরাটোর প্রবেশস্থানর প্রস্থ জুখি দহ হাত পালে; আরু বাট-চরাটোর দৈর্ঘ্য জুখি তের হাত পালে। [১২] আরু প্রত্যেক প্রহরী-খোঁটালীর আগত ইফালে এক হাতর সিফালে এক হাতর সীমা আছিল, আরু প্রত্যেক প্রহরী-খোঁটালী ইফালে ছহাত সিফালে ছহাত আছিল। [১৩] আরু তেওঁ এটা প্রহরী-খোঁটালীর চালর পরা আন চাললৈকে বাট-চরাটো জুখি পঁচিশ হাত বহল পালে, দুরার সম্মুখাসম্মুখি। [১৪] আরু তেওঁ বারাণ্ডার জোখ থির করি বিশ হাত পালে; বাট-চরাটোর কেউফালে থকা চোঁতালখন বারাণ্ডাত লাগি আছিল। [১৫] আরু বাট-চরাটোর প্রবেশস্থানর সম্মুখর পরা বাট-চরাটোর গৃহর ফালে থকা বারাণ্ডার সম্মুখলৈ পঞ্চাশ হাত। [১৬] প্রহরী-খোঁটালীবোরত, বাট-চরাটোর ভিতরে কেউফালে সেইবোর পৃথক করা দেবালবোরত, আরু সেই রূপে খিলানবোরত চিলিঙি দিয়া খিলিকি আছিল, আরু সেই খিলিকি ভিতরে কেউফালে আছিল, আরু বারাণ্ডার ওলাই থকা সম্মুখর দুই ভাগত খাজুর গছর আকৃতি আছিল।

[১৭] পাছে তেওঁ মোক বাহিৰ-চোঁতালখনলৈ নিলে, আৰু দেখা, চোঁতালখনৰ কেউফালে সজা অনেক খোঁটালী আৰু শিল পাৰি দিয়া এডোখৰ ঠাই আছিল; সেই ঠাইডোখৰত ত্ৰিশটা খোঁটালী আছিল। [১৮] আৰু ঠাইডোখৰ বাট-চৰা কেইটাৰ কোষে কোষে আছিল; সেয়ে বহলে বাট-চৰা কেইটাৰ দীঘলৰ সমান; সেয়ে শিল পাৰি দিয়া চাপৰ ঠাই। [১৯] পাছে তেওঁ তলৰ বাট-চৰাটোৰ সন্মুখৰ পৰা ভিতৰ-চোঁতালখনৰ সন্মুখলৈ, বাহিৰে প্ৰস্থ জুখি পুব আৰু উত্তৰ দুয়ো ফালে এশ এশ হাত পালে। [২০] পাছে তেওঁ বাহিৰ-চোঁতালখনৰ উত্তৰফালে মুখ কৰা বাট-চৰাটোৰ দৈৰ্ঘ্য আৰু প্ৰস্থ জুখিলে। [২১] তাৰ প্ৰহৰী-খোঁটালী ইফালে তিনিটা সিফালে তিনিটা আছিল, আৰু তাৰ ওলাই থকা সন্মুখৰ দুই ভাগ আৰু তাৰ খিলানবোৰ প্ৰথম বাট-চৰাটোৰ পৰিমাণমতেই; তাৰ দৈৰ্ঘ্য পঞ্চাশ হাত, আৰু প্ৰস্থ পঁচিশ হাত। [২২] তাৰ খিলিকিবোৰ, তাৰ খিলানবোৰ, আৰু তাৰ খাজুৰ গছৰ আকৃতি পুব ফালৰ বাট-চৰাটোৰ পৰিমাণমতেই; সাত খাপ গৈ তাৰ ওপৰত উঠা যায়; তাৰ খিলানবোৰ ভিতৰফালে আছিল। [২৩] উত্তৰ ফালৰ বাট-চৰাটোৰ আৰু পুব ফালৰ বাট-চৰাটোৰ সন্মুখত ভিতৰ-চোঁতালখনৰ বাট-চৰা আছিল; আৰু তেওঁ এটা বাট-চৰাৰ পৰা আন বাট-চৰাটোলৈ জুখি এশ হাত পালে। [২৪] পাছে তেওঁ মোক দক্ষিণ ফাললৈ নিলে, আৰু দেখা, দক্ষিণফালে মুখ কৰা এটা বাট-চৰা আছিল, আৰু তেওঁ তাৰ ওলাই থকা সন্মুখৰ দুই ভাগ আৰু তাৰ খিলানবোৰ জুখি সেই পৰিমাণমতেই পালে। [২৫] তাত আৰু তাৰ কেউফালে থকা খিলানবোৰত ওপৰে কোৱা খিলিকিৰ নিচিনাই খিলিকি আছিল; তাৰ দৈৰ্ঘ্য পঞ্চাশ হাত আৰু প্ৰস্থ পঁচিশ হাত। [২৬] তাৰ ওপৰত উঠিবলৈ সাত খাপ আছিল; তাৰ খিলানবোৰ ভিতৰফালে আছিল, আৰু তাৰ বাৰাণ্ডাৰ ওলাই থকা সন্মুখৰ দুই ভাগত ইফালে সিফালে খাজুৰ গছৰ আকৃতি আছিল। [২৭] আৰু দক্ষিণফালে ভিতৰ-চোঁতালখনৰ এটা বাট-চৰা আছিল; তেওঁ এটা বাট-চৰাৰ পৰা আনটোলৈ দক্ষিণফালে জুখি এশ হাত পালে।

[২৮] পাছে, তেওঁ মোক দক্ষিণ ফালৰ বাট-চৰাইদি ভিতৰ-চোঁতালখনলৈ নিলে, আৰু তেওঁ দক্ষিণৰ বাট-চৰা জুখি সেই পৰিমাণমতেই পালে; [২৯] তাৰ প্ৰহৰী-খোঁটালীবোৰ, তাৰ বাৰাণ্ডাৰ ওলাই থকা সন্মুখৰ দুই ভাগ, আৰু তাৰ খিলানবোৰ সেই পৰিমাণমতেই আছিল; তাত আৰু তাৰ কেউফালে তাৰ খিলানবোৰত খিলিকি আছিল; তাৰ দৈৰ্ঘ্য পঞ্চাশ হাত আৰু প্ৰস্থ পঁচিশ হাত। [৩০] আৰু কেউফালে, পঁচিশ হাত দীঘল আৰু পাঁচ হাত বহল খিলানবোৰ আছিল; [৩১] তাৰ খিলানবোৰ বাহিৰ-চোঁতালখনৰ ফাললৈ আছিল, আৰু তাৰ বাৰাণ্ডাৰ ওলাই থকা সন্মুখৰ দুই ভাগত খাজুৰ গছৰ আকৃতি আছিল, আৰু তাৰ ওপৰত উঠিবলৈ আঁঠ খাপ আছিল। [৩২] পাছে তেওঁ মোক পুব ফাললৈ ভিতৰ-চোঁতালখনৰ মাজলৈ নিলে, আৰু বাট-চৰাটো জুখি সেই পৰিমাণমতেই পালে; [৩৩] তাৰ প্ৰহৰী-খোঁটালীবোৰ, তাৰ বাৰাণ্ডাৰ ওলাই থকা সন্মুখৰ দুই ভাগ, আৰু তাৰ খিলানবোৰ সেই পৰিমাণমতেই আছিল; তাত আৰু তাৰ কেউফালে তাৰ খিলানবোৰত খিলিকি আছিল; বাট-চৰাটো পঞ্চাশ হাত দীঘল আৰু পঁচিশ হাত বহল। [৩৪] তাৰ খিলানবোৰ বাহিৰ-চোঁতালখনৰ ফাললৈ আছিল, আৰু ইফালে সিফালে তাৰ বাৰাণ্ডাৰ ওলাই থকা সন্মুখৰ দুই ভাগত খাজুৰ গছৰ আকৃতি আছিল; আৰু তাৰ ওপৰত উঠিবলৈ আঁঠ খাপ আছিল। [৩৫] পাছে তেওঁ মোক উত্তৰ বাট-চৰাটোলৈ নিলে, আৰু তেওঁ তাক জুখি সেই পৰিমাণমতেই পালে। [৩৬] তাৰ প্ৰহৰী-খোঁটালীবোৰ, তাৰ বাৰাণ্ডাৰ ওলাই থকা সন্মুখৰ দুই ভাগ, আৰু তাৰ খিলানবোৰ সেই পৰিমাণমতেই আছিল, আৰু কেউফালে তাত খিলিকি আছিল; তাৰ দৈৰ্ঘ্য পঞ্চাশ হাত আৰু প্ৰস্থ পঁচিশ হাত আছিল। [৩৭] তাৰ বাৰাণ্ডা বাহিৰ-চোঁতালৰ ফাললৈ আছিল, আৰু তাৰ ইফালে সিফালে ওলাই থকা সন্মুখৰ দুই ভাগত খাজুৰ গছৰ আকৃতি আছিল; আৰু তাৰ ওপৰত উঠিবলৈ আঁঠ খাপ আছিল।

[৩৮] প্ৰত্যেক বাট-চৰাৰ বাৰাণ্ডাৰ ওলাই থকা সন্মুখৰ দুই ভাগৰ ওচৰত দুৱাৰ থকা এটা এটা

খোঁটালী আছিল ; তাত হোম-বলি ধোৱা হয়। [39] হোম-বলি, পাপাৰ্থক বলি, আৰু দোষাৰ্থক বলি কাটিবলৈ বাট-চৰাটোৰ বাৰাণ্ডাত ইফালে দুখন সিফালে দুখন মেজ আছিল। [40] আৰু উত্তৰ ফালৰ বাট-চৰাটোৰ প্ৰবেশস্থানত খট্‌খটীৰ ওচৰত বাহিৰে এফালে দুখন মেজ আছিল, আৰু আনফালে বাট-চৰাটোৰ বাৰাণ্ডাৰ দাঁতিত দুখন মেজ আছিল। [41] এই ৰূপে বাট-চৰাটোৰ ভিতৰত চাৰিখন আৰু বাট-চৰাটোৰ বাহিৰত চাৰিখন মেজ আছিল, বলি কাটিবলৈ সৰ্ব্বমোট আঠখন মেজ আছিল। [42] আৰু হোম-বলিৰ অৰ্থে ডেৰ হাত দীঘল, ডেৰ হাত বহল, আৰু এক হাত ওখ, কটা-শিলৰ এনে চাৰিখন মেজ আছিল ; তাত হোম-বলি আৰু আন আন বলি কটা অস্ত্ৰ ৰখা হয়। [43] আৰু ভিতৰে কেউফালে চাৰি আঙ্গুলীয়া হাঁকোটাবোৰ লগোৱা আছিল, আৰু মেজ কেইখনত উৎসৰ্গ কৰা মাংস থোৱা হয়। [44] আৰু ভিতৰ-বাট-চৰাটোৰ বাহিৰত উত্তৰ বাট-চৰাটোৰ কোষত ভিতৰ-চোঁতালখনত গায়ন-বায়নবিলাকৰ নিমিত্তে কেইটামান খোঁটালী আছিল, সেইবোৰৰ মুখ দক্ষিণফালে ; পূব বাট-চৰাটোৰ কোষত উত্তৰফালে মুখ কৰা এটা খোঁটালী আছিল। [45] আৰু তেওঁ মোক কলে, দক্ষিণফালে মুখ কৰা এই খোঁটালীটো গৃহ-ৰক্ষক পুৰোহিতবিলাকৰ নিমিত্তে। [46] আৰু উত্তৰফালে মুখ কৰা খোঁটালীটো যজ্ঞবেদি-ৰক্ষক পুৰোহিতবিলাকৰ নিমিত্তে ; সিবিলাক চাদোকৰ সন্তান ; লেবীৰ সন্তানবিলাকৰ মাজৰ পৰা সিবিলাকেই যিহোৱাৰ পৰিচৰ্য্যা কৰিবলৈ তেওঁৰ ওচৰলৈ আহে। [47] আৰু তেওঁ চোঁতালখন জুখি এশ হাত দীঘল আৰু এশ হাত বহল পালে, সেয়ে চাৰিওফালে সমান ; যজ্ঞবেদিটো গৃহৰ আগত আছিল।

[48] পাছে তেওঁ মোক গৃহৰ বাৰাণ্ডালৈ নি, সেই বাৰাণ্ডাৰ ওলাই থকা সম্মুখৰ প্ৰত্যেক ভাগ জুখি, ইফালে পাঁচ হাত সিফালে পাঁচ হাত পালে, আৰু প্ৰবেশস্থানৰ কোষৰ ওলাই থকা ভাগৰ প্ৰস্থ ইফালে তিনি হাত সিফালে তিনি হাত পালে। [49] বাৰাণ্ডাৰ দৈৰ্ঘ্য বিশ হাত, আৰু প্ৰস্থ বাৰ হাত আছিল, আৰু তালৈ উঠিব পৰা খট্‌খটী আছিল ; আৰু বাৰাণ্ডাৰ ওলাই থকা সম্মুখৰ দুই ভাগৰ ওচৰত এফালে এটা স্তম্ভ আৰু আনফালে এটা স্তম্ভ আছিল।

## ৪১

পাছে তেওঁ মোক মন্দিৰৰ ওচৰলৈ নি, তাৰ সম্মুখৰ ওলাই থকা দুই ভাগ জুখি, এফালে ছহাত আনফালে ছহাত বহল পালে ; সেয়ে তাম্বুৰ বহলৰ সমান। [2] আৰু প্ৰবেশস্থানৰ প্ৰস্থ দহ হাত ; আৰু প্ৰবেশস্থানৰ সম্মুখৰ দুই ভাগ ইফালে পাঁচ হাত সিফালে পাঁচ হাত আছিল ; আৰু তেওঁ তাৰ দৈৰ্ঘ্য জুখি চল্লিশ হাত, আৰু প্ৰস্থ জুখি বিশ হাত পালে। [3] পাছে তেওঁ ভিতৰ-ফালে গৈ প্ৰবেশস্থানৰ সম্মুখৰ ওলাই থকা দুই ভাগ জুখি দুহাত দুহাত পালে, আৰু প্ৰবেশস্থান জুখি ছহাত পালে ; প্ৰবেশস্থানৰ প্ৰস্থ সাত হাত আছিল। [4] আৰু তেওঁ তাৰ দৈৰ্ঘ্য জুখি বিশ হাত, আৰু মন্দিৰৰ আগত প্ৰস্থ জুখি বিশ হাত পালে ; আৰু এয়ে অতি পবিত্ৰস্থান বুলি তেওঁ মোক কলে। [5] পাছে তেওঁ গৃহটীৰ দেৱাল জুখি ছহাত পালে, আৰু কেউফালে গৃহ মেৰাই থকা কিনাৰৰ খোঁটালীবোৰৰ প্ৰত্যেক খোঁটালীৰ প্ৰস্থ জুখি চাৰি হাত পালে। [6] কিনাৰৰ খোঁটালীবোৰ ওপৰাওপৰিকৈ তিনি শাৰী আছিল, আৰু প্ৰত্যেক শাৰীত ত্ৰিশটা খোঁটালী আছিল ; আৰু কিনাৰৰ খোঁটালীবোৰ যেন লাগি থাকে, এই অভিপ্ৰায়ে সেইবোৰ কেউফালৰ কিনাৰৰ খোঁটালীত গৃহৰ দেৱালত সোমাল, কিন্তু গৃহৰ দেৱালত সেইবোৰ বন্ধ নাছিল। [7] আৰু কিনাৰৰ খোঁটালীবোৰে গৃহটী মেৰাই যিমান ওপৰলৈ গল, সেইবোৰ সিমানে বহল হৈ গল, কিয়নো গৃহৰ কেউফালে গৃহৰ মেৰ ক্ৰমে ওখ হৈ গৈছিল ; এই হেতুকে গৃহৰ ফালে প্ৰস্থই ওপৰলৈ ক্ৰমে বাঢ়িল ; এই কাৰণে লোকে তলৰ খোঁটালীৰ পৰা ওপৰৰ খোঁটালীলৈ মাজৰ খোঁটালীয়েদি উঠে। [8] আৰু মই দেখিলোঁ, গৃহৰ চাৰিওফালে ওখ ভিত্তিমূল আছিল ; কিনাৰৰ খোঁটালীবোৰৰ ভিত্তিমূল দীঘল হাতৰ ছহাত পৰিমাণৰ সম্পূৰ্ণ এক নল। [9] কিনাৰৰ খোঁটালীবোৰৰ বাহিৰ ফালৰ দেৱালৰ ডাঠ পাঁচ হাত, আৰু বাকী শূন্য ঠাইখিনি পাঁচ হাত

আছিল। [১০] কেউপোনে গৃহর চারিওফালে খোঁটালীবোরর মাজত বিশ হাত বহল এডোখর ঠাই আছিল। [১১] আরু কিনারর খোঁটালীবোরর দুৱার বাকী শূন্য ঠাই-ডোখরর ফাললৈ আছিল; এখন উত্তরফালে আরু এখন দক্ষিণফালে আছিল; আরু বাকী শূন্য ঠাইডোখরর প্রস্থ কেউফালে পাঁচ হাত। [১২] আরু পৃথক করা ঠাইর সম্মুখত পশ্চিমফালে থকা ঘর সত্তর হাত বহল; আরু ঘরর দেৱালর ডাঠ চারিওফালে পাঁচ হাত, আরু তার দৈর্ঘ্য নব্বই হাত। [১৩] পাছে তেওঁ গৃহ জুখি এশ হাত দীঘল পালে, আরু পৃথক করা ঠাই আরু দেৱালে সৈতে ঘরটো জুখি এশ হাত দীঘল পালে। [১৪] আরু তেওঁ পুবফালে গৃহর, আরু পৃথক করা ঠাইর আগ ফালর প্রস্থ জুখি এশ হাত পালে।

[১৫] আরু পৃথক করা ঠাইর মূরত, তার পাছ-ফালে থকা ঘরটোর দৈর্ঘ্য আরু ইফালে সিফালে থকা তার ঠেক বারাণ্ডাবোরর দৈর্ঘ্য জুখি তেওঁ এশ হাত পালে; আরু তেওঁ মন্দির, ভিতর-মন্দির, আরু চোঁতালখনর বারাণ্ডা জুখিলে। [১৬] এই তিনিওটার কেউফালে দুৱার-ডলি, চিলিঙি দিয়া খিলিকি, আরু ঠেক বারাণ্ডা আছিল; চোঁতালখনর বারাণ্ডার সম্মুখত কেউ-ফালে মজিয়ার পরা খিলিকিলৈকে তক্তা লগোৱা আছিল; খিলিকিবোর ঢকা আছিল। [১৭] আরু দুৱারর ওপর ভাগ, ভিতর-গৃহটো, বাহিরর ঠাই আরু গোটেই দেৱাল, চারিওফালে ভিতরে আরু বাহিরে যি যি আছিল, সেই সকলোকে জোখা হল। [১৮] করূব আরু খাজুর গছর আকৃতি এই রূপে করা হৈছিল, যে, দুটা দুটা করূবর আকৃতির মাজত এজোপা এজোপা খাজুর গছর আকৃতি আছিল; আরু প্রত্যেক করূবর দুখন দুখন মুখ আছিল। [১৯] এই দরে, এফালে খাজুর গছর আকৃতিটোর পোনে মানুহর মুখ, আরু আনফালে খাজুর গছর আকৃতিটোর পোনে যুবা সিংহর মুখ আছিল; কেউফালে গোটেই গৃহত এই রূপে করা হল [২০] মজিয়ার পরা দুৱারর ওপরলৈকে করূব আরু খাজুর গছর আকৃতি করা আছিল; মন্দিরর দেৱাল এই প্রকার আছিল। [২১] মন্দিরর বিষয়ে হলে, দুৱারর খুঁটা কেইটা চারিশিরীয়া করা আছিল; অতি পবিত্র-স্থানর আগ ফালর বিষয়ে হলে, তার আকৃতি মন্দিরর আকৃতির নিচিনা। [২২] বেদিটো কাঠর, তিনি হাত ওখ আরু দুহাত দীঘল, তার চুক আরু দীঘে পথালিয়ে গোটেই গা কাঠর আছিল। পাছে তেওঁ মোক কলে, এই বেদিয়েই যিহোৱার আগত থকা মেজ। [২৩] মন্দির আরু অতি পবিত্রস্থানর দুফলীয়া দুখন দুৱার আছিল; [২৪] আরু প্রত্যেক ফালর, ঘুরাব পরা দুই দুই খলপ আছিল, একালে দুখলপ আরু আনফালে দুখলপ আছিল। [২৫] দেৱালত করা নিচিনাকৈ সেইবোরত, মন্দি-রর দুৱার কেইখনত করূব আরু খাজুর গছর আকৃতি করা আছিল; আরু বাহিরত বারাণ্ডার আগ ফালর ওপরত ডাঠ কাঠর চতি আছিল। [২৬] বারাণ্ডার দুই কোষে, ইফালে সিফালে চিলিঙি দিয়া খিলিকি আরু খাজুর গছর আকৃতি আছিল; গৃহর কিনারর খোঁটালী-বোর আরু ডাঠ কাঠর চতি কেইটা এই প্রকার আছিল।

**৪২** পাছে তেওঁ মোক উত্তর ফালর বাটেদি বাহির-চোঁতালখনলৈ নি, আরু পৃথক করা ঠাইর সম্মুখত আরু উত্তর ফালর ঘরটোর সম্মু-খত থকা খোঁটালীবোরলৈ নি, [২] এশ হাত দীঘল ঠাইর আগত উপস্থিত করিলে; দুৱার উত্তর-ফালে আছিল; প্রস্থ পঞ্চাশ হাত। [৩] সেই খোঁটালীবোর ভিতর-চোঁতালখনর বিশ হাতর আগত আরু বাহির-চোঁতালখনর শিল পারি দিয়া ঠাইর সম্মুখত আছিল; তৃতীয় খাপত ঠেক বারাণ্ডাবোর সম্মুখাসম্মুখিকৈ আছিল। [৪] আরু ভিতরফালে খোঁটালীবোরর আগত দহ হাত বহল আরু এশ হাত দীঘল এটা অহাযোৱা করা বাট আছিল; আরু সেইবোরর দুৱার উত্তর-ফালে আছিল। [৫] ওপরর খোঁটালীবোর ঠেক; কিয়নো ঘরটোত ঠেক বারাণ্ডা কেইটাই তলর আরু মাজর খোঁটালীতকৈ অধিক ঠাই লৈছিল। [৬] কারণ সেইবোর তিনিও খাপত আছিল, আরু বাহির-চোঁতালখনর খোঁটালীবোরর স্তম্ভর নিচিনা সেইবোরর স্তম্ভ নাছিল; এই হেতুকে ওপরর খোঁটালীবোর মাটিত থকা তলর খোঁটালীতকৈ আরু মাজর খোঁটালীতকৈ অধিক ঠেক আছিল। [৭] আরু বাহিরত, বাহির-চোঁতাল-

খনৰ ফালে থকা খোঁটালীবোৰৰ কোৱত, আন খোঁটালীবোৰৰ সম্মুখত যি গড় আছিল, সেয়ে পঞ্চাশ হাত দীঘল। ৮ কিয়নো বাহিৰ-চোঁতালখনৰ ফালে থকা খোঁটালীবোৰৰ দৈৰ্ঘ্য পঞ্চাশ হাত; কিন্তু মন্দিৰৰ ফালে থকা খোঁটালীবোৰৰ দৈৰ্ঘ্য এশ হাত। ৯ বাহিৰ-চোঁতালখনৰ পৰা সেইবোৰ খোঁটালীত সোমাবলৈ গলে, সেইবোৰৰ ঠাইত্‌কৈ চাপৰত, পুবফালে সোমোৱা বাট পোৱা যায়। ১০ চোঁতালখনৰ গড়ৰ বহল ফালে পুবদিশে পৃথক কৰা ঠাইৰ আৰু ঘৰটোৰ আগত খোঁটালীবোৰ আছিল। ১১ এইবোৰৰ আগত যি এটা বাট আছিল, সেই বাট উত্তৰফালে থকা খোঁটালী-বোৰৰ সম্মুখৰ বাটৰ নিচিনা যেন দেখা যায়; এইবোৰ সেইবোৰৰ সমানে দীঘল আৰু বহল, আৰু এইবোৰৰ আটাইবোৰ বাহিৰলৈ ওলোৱা বাট সেইবোৰৰ নিচিনা, আৰু সেই ৰকমেই। ১২ বাটৰ মুৰত, দক্ষিণফালে থকা খোঁটালীবোৰৰ দুৱাৰবোৰৰ নিচিনা এখন দুৱাৰ আছিল; সেই খোঁটালীবোৰত সোমাবলৈ গলে, পুবফালে ঠিক গড়ৰ সম্মুখত সেই দুৱাৰ পোৱা যায়। ১৩ পাছে তেওঁ মোক কলে, পৃথক কৰা ঠাইৰ সম্মুখত থকা উত্তৰ আৰু দক্ষিণৰ খোঁটালীবোৰ পবিত্ৰ খোঁটালী; যিহোৱাৰ ওচৰত থকা পুৰোহিতবিলাকে তাত অতি পবিত্ৰ বস্তু ভোজন কৰে; তাত সিবিলাকে অতি পবিত্ৰ বস্তুবোৰ, ভক্ষ্য নৈবেদ্য, পাপাৰ্থক বলি, আৰু দোষাৰ্থক বলি থয়; কিয়নো সেই ঠাই পবিত্ৰ। ১৪ যেতিয়া পুৰোহিতবিলাক পবিত্ৰস্থানত সোমায়, তেতিয়া সিবিলাকে আপোনাবিলাকৰ পৰিচৰ্য্যা-বস্ত্ৰ তাত নৰখাকৈ তাৰ পৰা বাহিৰ-চোঁতালখনলৈ নেযায়; কিয়নো সেইবোৰ পবিত্ৰ; সিবিলাকে আন বস্ত্ৰ পিন্ধি লোকবিলাকৰ ঠাইলৈ যায়।

১৫ পাছে তেওঁ ভিতৰ-গৃহ জুখি এটালত, পুবফালে মুখ কৰা বাট-চৰাইদি মোক উলিয়াই নিলে, আৰু চাৰিওফালে গোটেই গৃহ জুখিলে। ১৬ তেওঁ পুবফালে পৰিমাণ-নলেৰে জুখি পাঁচ শ হাত পালে। ১৭ তেওঁ ঘূৰি উত্তৰফালে পৰিমাণ-নলেৰে জুখি পাঁচ শ হাত পালে। ১৮ তেওঁ দক্ষিণফালে পৰিমাণ-নলেৰে জুখি পাঁচ শ হাত পালে। ১৯ আৰু তেওঁ পশ্চিম ফাললৈ ঘূৰি সেই ফালে পৰিমাণ-নলেৰে জুখি পাঁচ শ হাত পালে। ২০ তেওঁ চাৰিওফালে তাক জুখিলে; পবিত্ৰ আৰু সাধাৰণ ঠাইৰ মাজত প্ৰভেদ কৰিবলৈ, তাৰ চাৰিওফালে পাঁচ শ হাত দীঘল আৰু পাঁচ শ হাত বহল এনে এটা গড় আছিল।

### নতুন মন্দিৰত যিহোৱাৰ প্ৰবেশ। যজ্ঞবেদিৰ আৰু তাৰ প্ৰতিষ্ঠাৰ বিষয়।

**৪৩** পাছে তেওঁ বাট-চৰাটোলৈ, পুবফালে মুখ কৰা বাট-চৰাটোলৈ মোক নিলে। ২ আৰু দেখা, পুব ফালৰ পৰা ইস্ৰায়েলৰ ঈশ্বৰৰ গৌৰৱ আহিল; তেওঁৰ ধ্বনি বহুজলসমূহৰ শবদৰ নিচিনা, আৰু পৃথিবী তেওঁৰ গৌৰৱেৰে উজ্জ্বল হল। ৩ মই দৰ্শনত দেখা পদাৰ্থৰ নিচিনা, নগৰখন ধ্বংস কৰিবলৈ অহা সময়ত মই দৰ্শনত দেখা পদাৰ্থৰেই নিচিনা এই দৰ্শনত দেখা পদাৰ্থ আছিল, আৰু কবাৰ নদীৰ ওচৰত মই দৰ্শনত দেখা পদাৰ্থৰেই নিচিনা এই দৰ্শনত দেখা পদাৰ্থ আছিল। তাতে মই উবুৰি হৈ পৰিলোঁ। ৪ আৰু যিহোৱাৰ গৌৰৱ পুবফালে মুখ কৰা বাট-চৰাটোৰ বাটেদি গৃহটীত সোমাল। ৫ পাছে আত্মাই মোক তুলি ভিতৰ-চোঁতালখনলৈ নিলে; আৰু দেখা, যিহোৱাৰ গৌৰৱে গৃহটী পৰিপূৰ্ণ কৰিলে। ৬ আৰু গৃহটীৰ ভিতৰৰ পৰা এজনে মোক কথা কোৱা মই শুনিলোঁ; আৰু এজন পুৰুষ মোৰ ওচৰত থিয় হলহি। ৭ তেওঁ মোক কলে, হে মনুষ্য সন্তান, এয়ে মোৰ সিংহাসনৰ আৰু মোৰ ভৰিৰ তলুৱাৰ ঠাই; ইয়াত মই চিৰকাললৈকে ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত বাস কৰিম, আৰু ইস্ৰায়েল-বংশই, সিবিলাকে বা সিবিলাকৰ ৰজাবিলাকে আপোনাবিলাকৰ বেশ্যাকৰ্ম্মেৰে, আৰু সিবিলাকৰ ৰজাবিলাকৰ মৰণকালত তেওঁবিলাকৰ মৰা শৱেৰে মোৰ পবিত্ৰ নাম পুনৰায় অশুচি নকৰিব; ৮ সিবিলাকে মোৰ দুৱাৰডলিৰ ওচৰত সিবিলাকৰ দুৱাৰডলি, আৰু মোৰ দুৱাৰ-খুঁটাৰ ওচৰত সিবিলাকৰ দুৱাৰ-খুঁটা দি, মোৰ আৰু সিবিলাকৰ মাজত কেৱল এটা দেৱাল ৰাখি অশুচি নকৰিব। সিবিলাকে

কৰা আপোনাবিলাকৰ ঘিণলগীয়া কাৰ্য্যেৰে সিবিলাকে মোৰ পবিত্ৰ নাম অশুচি কৰিলে ; এই নিমিত্তে ময় ক্ৰোধত সিবিলাকক নষ্ট কৰিলোঁ। [৯] এতিয়া সিবিলাকৰ বেশ্যাকৰ্ম্ম, আৰু সিবিলাকৰ ৰজাবিলাকৰ মৰা শৱ সিবিলাকে মোৰ পৰা দূৰ কৰোক ; তাতে ময় সিবিলাকৰ মাজত সদাকাললৈকে বাস কৰিম।

[১০] হে মনুষ্য-সন্তান, ইস্ৰায়েল-বংশই আপোন অপৰাধৰ কাৰণে লাজ পাবৰ নিমিত্তে তুমি সিবিলাকক গৃহটী দেখুউৱা ; আৰু সুন্দৰকৈ গঁথা গৃহটী সিবিলাকে জোখোক। [১১] আৰু সিবিলাকে কৰা আটাই কাৰ্য্যৰ নিমিত্তে যদি সিবিলাক লজ্জিত হয়, তেন্তে, সিবিলাকে গৃহটীৰ সমুদায় আকৃতি আৰু তাৰ আটাই নিয়ম-প্ৰণালী ৰক্ষা কৰি সেই মতে যেন কাৰ্য্য কৰে, এই অভিপ্ৰায়ে গৃহটীৰ আকাৰ, তাৰ গঠন, ভিতৰলৈ বাহিৰলৈ অহাযোৱা কৰা তাৰ বাটবোৰ, তাৰ সকলো প্ৰকাৰ আকাৰ, সকলো নিয়ম-প্ৰণালী, সকলো প্ৰকাৰ আকাৰ, আৰু তাৰ আটাই ব্যৱস্থা সিবিলাকক জনোৱা, আৰু সিবিলাকৰ আগতে লিখা। [১২] এয়ে গৃহটীৰ ব্যৱস্থা ; পৰ্ব্বত্‌টোৰ টিঙত তাৰ সমুদায় সীমা চাৰিওফালে পবিত্ৰ হব। দেখা, গৃহটীৰ ব্যৱস্থা এয়ে।

[১৩] আৰু যজ্ঞবেদিটোৰ হাতৰ জোখ এইবোৰেই। ( সেই হাত, এক হাত চাৰি আঙুল। ) তল ভাগ এক হাত, প্ৰস্থ এক হাত, আৰু চাৰিওফালে তাৰ কিনাৰৰ বাৰ এবেগেত হব ; এয়ে যজ্ঞবেদিটোৰ তলি হব। [১৪] আৰু মাটিত থকা তল ভাগৰ পৰা তল খাপলৈ দুহাত, আৰু বহলে এক হাত হব ; আৰু সৰু খাপৰ পৰা বড় খাপলৈ চাৰি হাত, আৰু বহলে এক হাত হব। [১৫] আৰু যজ্ঞবেদিটোৰ ওপৰ ভাগ চাৰি হাত হব, আৰু যজ্ঞবেদিটোৰ জুইশালৰ পৰা ওপৰলৈ চাইটা শিঙ্গ হব। [১৬] যজ্ঞবেদিটোৰ জুইশাল বাৰ হাত দীঘল, আৰু বাৰ হাত বহল হব ; তাৰ চাৰিওফালে সমান হব। [১৭] আৰু ওপৰ ভাগ চৌদ্ধ হাত দীঘল, আৰু চৌদ্ধ হাত বহল, চাৰিচুকীয়া হব ; আৰু তাৰ চাৰিওফালে থকা বাৰ আধা হাত, আৰু তাৰ তল ভাগ চাৰিওফালে এক হাত হব ; তাৰ খটখটী পুব কাললৈ মুখ কৰি থাকিব।

[১৮] পাছে তেওঁ মোক কলে, হে মনুষ্য-সন্তান, প্ৰভু যিহোৱাই এই কথা কৈছে, যজ্ঞবেদিটো সাজি এঁটোৱা দিনা তাত হোম-বলি উৎসৰ্গ কৰিবলৈ আৰু তেজ ছটিয়াবলৈ তাৰ নিয়ম-প্ৰণালী এইবোৰ। [১৯] প্ৰভু যিহোৱাই কৈছে, মোৰ পৰিচৰ্য্যা কৰিবলৈ মোৰ ওচৰত থকা চাদোক বংশৰ লেবীয়া পুৰোহিতবিলাকক তুমি পাপাৰ্থক বলিৰ নিমিত্তে এটা ডেকা ভতৰা দিবা। [২০] আৰু তুমি তাৰ অলপ তেজ লৈ বেদিটোৰ চাইটা শিঙ্গত, তাৰ ওপৰ ভাগৰ চাৰি চুকত, আৰু চাৰিওফালে তাৰ বাৰত লগাবা ; তুমি এই দৰে তাক শুচি কৰিবা, আৰু তাক প্ৰায়শ্চিত্ত কৰিবা। [২১] পাছে পাপাৰ্থক বলিৰ সেই ভতৰাটো লৈ তাক ধৰ্ম্মধামৰ বাহিৰে গৃহৰ নিৰূপিত ঠাইত দাহ কৰা হব। [২২] দ্বিতীয় দিনা তুমি পাপাৰ্থক বলিৰ নিমিত্তে এটা নিৰ্ঘুণী মটা ছাগ উৎসৰ্গ কৰিবা ; তাতে পুৰোহিতবিলাকে ভতৰাটোৰে যজ্ঞবেদিটো শুচি কৰা নিচিনাকৈ যজ্ঞবেদিটো শুচি কৰিব। [২৩] তাক শুচি কৰি এঁটালে, তুমি এটা নিৰ্ঘুণী ডেকা ভতৰা আৰু জাকৰ পৰা এটা নিৰ্ঘুণী মটা মেৰ উৎসৰ্গ কৰিবা। [২৪] তুমি সেই দুটাক যিহোৱাৰ আগলৈ আনিবা ; তাতে পুৰোহিতবিলাকে সেইবোৰৰ ওপৰত লোণ ছটিয়াব, আৰু সিবিলাকে যিহোৱাৰ উদ্দেশে হোম-বলিস্বৰূপে সেইবোৰ উৎসৰ্গ কৰিব। [২৫] তুমি সাত দিনলৈকে প্ৰতিদিনে পাপাৰ্থক বলিস্বৰূপে এটা এটা ছাগ উৎসৰ্গ কৰিবা ; আৰু সিবিলাকে এটা ডেকা ভতৰা, আৰু জাকৰ পৰা এটা নিৰ্ঘুণী মটা মেৰ উৎসৰ্গ কৰিব। [২৬] সাত দিনলৈকে সিবিলাকে যজ্ঞবেদিটো প্ৰায়শ্চিত্ত কৰি তাক শুচি কৰিব ; এই ৰূপে সিবিলাকে তাৰ প্ৰতিষ্ঠা কৰিব। [২৭] আৰু দিন সম্পূৰ্ণ হলে, অষ্টম দিনা আৰু তাৰ পাছত পুৰোহিতবিলাকে যজ্ঞবেদিটোত তোমালোকৰ হোম-বলি আৰু তোমালোকৰ মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিব ; তাতে, প্ৰভু যিহোৱাই কৈছে, ময় তোমালোকক গ্ৰহণ কৰিম।

নতুন মন্দিৰত কাম কৰা মানুহবিলাকৰ বিষয়।

৪৪ পাছে তেওঁ ধৰ্ম্মধামৰ পুবকালে মুখ কৰা

বাহির-বাট-চরাটোলৈ মোক ওলোটাই নিলে; সেয়ে বন্ধ আছিল। ২ পাছে যিহোৱাই মোক কলে, এই বাট-চরাটো বন্ধ থাকিব, মেলা নেযাব, আরু এই পোনে কোনো লোক নোসোমাব; কিয়নো ইস্রায়েলর ঈশ্বর যিহোৱাই এই পোনে প্রবেশ করিলে; এই হেতুকে ই বন্ধ থাকিব। ৩ অধিপতিজনর বিষয়ে হলে, কেবল তেওঁহে যিহোৱার আগত আহার করিবর অর্থে তাত বহিব; তেওঁ বাট-চরাটোর বা-রাণ্ডার বাটেদি সোমাব, আরু সেই একে বাটে-দিয়েই বাহির ওলাব। ৪ পাছে তেওঁ উত্তর বাট-চরাটোর বাটেদি মোক গৃহটীর আগলৈ নিলে, আরু ময় চাই দেখিলোঁ, যিহোৱার গৌরবে যিহোৱার গৃহটী পরিপূর্ণ করিলে; তাতে ময় উবুরি হৈ পড়িলোঁ। ৫ পাছে যিহোৱাই মোক কলে, হে মনুষ্য-সন্তান, যিহোৱার গৃহটীর সকলো নিয়ম-প্রণালী আরু তার আটাই ব্যৱস্থার বিষয়ে ময় তোমাক যি যি কম, তুমি সেই সকলোলৈ মনোযোগ করা, চকু দিয়া, কাণ দিয়া, আরু ধর্ম্মধামর বাহিরলৈ যোৱা প্রত্যেক বাটলৈ আরু গৃহটীর প্রবেশস্থানলৈ ভালকৈ মন দি চোৱা। ৬ আরু তুমি বিদ্রোহী ইস্রায়েল-বংশক কবা, প্রভু যিহোৱাই এই কথা কৈছে, ৭ হে ইস্রায়েল-বংশ, তোমালোকে মোর আহার, অর্থাৎ তেল আরু তেজ উৎসর্গ করা কালত, মোর গৃহটী অপবিত্র করিবর নিমিত্তে মোর ধর্ম্মধামত ভরি দিবলৈ অচুন্নৎ হৃদয়র আরু অচুন্নৎ মাংসর বিজাতীয়বোরক মোর ধর্ম্ম-ধামলৈ যে আনিলা, তোমালোকর আটাই ঘিণলগীয়া কার্য্যর মাজত সেইটোৱেই তোমালোকর পক্ষে যথেষ্ট হওক; তোমালোকর আটাই ঘিণলগীয়া কার্য্যর বাহিরেও তোমালোকে মোর নিয়মটী ভাঙিলা। ৮ আরু তোমালোকে মোর পবিত্র বস্তুবিষয়ক রক্ষণীয় রক্ষা করা নাই; কিন্তু তোমালোকে মোর ধর্ম্মধামত মোর রক্ষণীয় রক্ষা করিবলৈ ইচ্ছামতে রক্ষক পাতিলা। ৯ প্রভু যিহোৱাই এই কথা কৈছে, ইস্রায়েলর সন্তানবিলাকর মাজত থকা বিজাতীয়বোরর অচুন্নৎ হৃদয়র আরু অচুন্নৎ মাংসর কোনো বিজাতীয় মোর ধর্ম্মধামত নোসোমাব। ১০ কিন্তু, ইস্রায়েল বিপথে যোৱা সময়ত, যি লেবীয়া-বোরে আপোন আপোন মূর্ত্তির পাছত চলি মোর পরা বিপথে গৈছিল, মোর পরা আঁতর হোৱা সেই লেবীয়াবোরে আপোন আপোন অপরাধর ভার বব। ১১ সিহঁতে গৃহটীর দুৱার-রখীয়া, আরু গৃহটীত পরিচর্য্যা করি মোর ধর্ম্মধামত পরিচারক হব; সিহঁতেই হোম-বলি আরু প্রজাবিলাকর অর্থে দিয়া বলি কাটিব, আরু প্রজাবিলাকর পরিচর্য্যা করিবলৈ সিহঁতেই সিবিলাকর আগত থিয় হব। ১২ সিহঁতে প্রজা-বিলাকর মূর্ত্তিবোরর আগত সিবিলাকর পরিচর্য্যা করি ইস্রায়েল-বংশর অপরাধজনক বিঘিনি-স্বরূপ হৈছিল; এই হেতুকে, প্রভু যিহোৱাই কৈছে, ময় সিহঁতর অহিতে মোর হাত দাঙি শপথ করিলোঁ, যে, সিহঁতে আপোন আপোন অপরাধর ভার বব। ১৩ আরু সিহঁতে মোর ওচরত পুরোহিত-কর্ম্ম করিবলৈ মোর ওচরলৈ নাহিব, মোর পবিত্র, মোর অতি পবিত্র বস্তু-বোরর কোনো বস্তুর ওচর নেচাপিব, কিন্তু সিহঁতর লাজর আরু সিহঁতে করা ঘিণলগীয়া কার্য্যর ভার বব। ১৪ গৃহটীর সকলো সেৱকীয়া কার্য্যত, আরু তাত করিব লগা আটাই কর্ম্মত ময় সিহঁতক গৃহটীর রক্ষণীয়র রক্ষক করিম।

১৫ কিন্তু, ইস্রায়েলর সন্তানবিলাক মোর পরা বিপথে যোৱা কালত মোর ধর্ম্মধামর রক্ষণীয় রক্ষা করা চাদোকর সন্তান লেবীয়া পুরোহিত-বিলাকে হলে, মোর পরিচর্য্যা করিবলৈ মোর গুরিলৈ আহিব; আরু প্রভু যিহোৱাই কৈছে, সিবিলাকে তেল আরু তেজ মোর উদ্দেশে উৎসর্গ করিবলৈ মোর আগত থিয় হব। ১৬ সিবিলাকে মোর ধর্ম্মধামত সোমাব, মোর পরিচর্য্যা করিবলৈ মোর মেজর ওচরলৈ আহিব, আরু মোর রক্ষণীয় রক্ষা করিব। ১৭ আরু সিবিলাকে ভিতর-চোঁতালখনর বাট-চরা কেইটাইদি সোমালে, সিবিলাকে শণ সূতার বস্ত্র পিন্ধিব; আরু সিবিলাকে ভিতর-চোঁতাল-খনর বাট-চরা কেইটাত আরু গৃহত পরিচর্য্যা করোঁতে, সিবিলাকর গাত নোমর কাপর নে-থাকিব। ১৮ সিবিলাকর মূরত শণ সূতার পাগুরি, আরু কঁকালত শণ সূতার জাঙিয়া থাকিব; ঘাম উলিওৱা কোনো কাপর সিবি-লাকে কঁকালত নেবান্ধিব। ১৯ যেতিয়া সিবি-

লাকে বাহির-চোঁতালখনলৈ, লোকবিলাকর ওচরলৈ বাহির-চোঁতালখনলৈকে ওলাই যাব, তেতিয়া সিবিলাকে আপোনাবিলাকর পরিচর্য্যা-বস্ত্র সোলোকাই পবিত্র খোঁটালীবোরত থব, আৰু আপোনাবিলাকর বস্ত্রেরে লোকবিলাকক পবিত্র নকরিবর নিমিত্তে আন বস্ত্র পিন্ধিব। [২০] সিবিলাকে মূর নুখুরাব, বা চুলি দীঘল হবলৈ নিদিব, কেৱল মূরর চুলি কাটিব। [২১] ভিতর-চোঁতালখনত সোমোৱা সময়ত কোনো পুরোহিতে দ্রাক্ষারস পান নকরিব। [২২] সিবিলাকে বিধৱা, বা পরিত্যক্ত তিরুতা বিয়া নকরিব, কিন্তু ইস্রায়েল-বংশর ঔরসত জন্মা কুমারীক, বা বিধৱাক হলেও, পুরোহিতর বিধৱাক বিয়া করিব। [২৩] আৰু সিবিলাকে মোর প্রজাবিলাকক পবিত্র আৰু সাধারণর মাজত প্রভেদ শিকাব, শুচি আৰু অশুচির মাজত বিভিন্ন করিবলৈ শিকাব। [২৪] আৰু কোনো বিবাদ হলে, সিবিলাকে বিচার করিবলৈ থিয় হব; মোর বিচার অনুসারেহে সিবিলাকে বিচার করিব; মোর আটাই নিরূপিত পর্ব্বত-বোরত মোর ব্যৱস্থা আৰু বিধিবোর সিবিলাকে পালন করিব; আৰু সিবিলাকে মোর বিশ্রাম-দিনবোর পবিত্র করিব। [২৫] আৰু সিবিলাকর কোনেও নিজকে অশুচি করিবলৈ মরা মানুহর ওচরলৈ নেযাব, কিন্তু বাপেক, মাক, পুতেক, জীয়েক, আৰু ভায়েকর, কি স্বামী নোহোৱা ভনীয়েকর নিমিত্তে আপোনাকে অশুচি করিব পারে। [২৬] কোনো পুরোহিত শুচি হোৱার পাছে তার নিমিত্তে সাত দিন নিরূপণ করা হব। [২৭] প্রভু যিহোৱাই কৈছে, ধর্ম্মধামত পরি-চর্য্যা করিবলৈ, ধর্ম্মধামত ভিতর-চোঁতালখনত সি সোমোৱা দিনা আপোনার পাপার্থক বলি উৎসর্গ করিব। [২৮] আৰু পুরোহিতবিলাকে এক আধিপত্য পাব; ময়েই সিবিলাকর সেই আধিপত্য; আৰু তোমালোকে সিবিলাকক ইস্রায়েলর মাজত কোনো আধিপত্য নিদিবা; ময়েই সিবিলাকর আধিপত্য। [২৯] ভক্ষ্য নৈবেদ্য, পাপার্থক বলি, আৰু দোষার্থক বলি সিবিলা-কেই খাব; আৰু ইস্রায়েলর প্রত্যেক বর্জ্জিত বস্তু সিবিলাকরেই হব; [৩০] আৰু প্রথমে পকা শস্যাদির প্রত্যেকর আগ-ভাগ, আ তোমা-লোকর আটাই উত্তোলনীয় উপহারর প্রত্যেক বস্তুর উত্তোলনীয় ভাগ পুরোহিতবিলাকরেই হব; আৰু তোমার ঘরত আশীর্ব্বাদ থাকিবর নিমিত্তে তুমি আপোনার খরচীয়া শস্যর আগ-ভাগ পুরোহিতক দিবা; [৩১] আৰু চরাই হওক কি পশু হওক, আপুনি মরা বা জন্তুৱে ছিরা একোকেই পুরোহিতবিলাকে নেখাব।

নতুন ইস্রায়েলর অধিপতিজনে, পুরোহিতে,
আৰু লেবীয়াবিলাকে পাব লগা
ভাগবোরর বিষয়।

**৪৫** ইয়ার বাহিরে, যেতিয়া তোমালোকে আধিপত্যর অর্থে চিঠিখেলেরে দেশ ভাগ বাঁটিবা, তেতিয়া তোমালোকে দেশর এক পবিত্র অংশ যিহোৱার উদ্দেশে উপহারস্বরূপে উৎসর্গ করিবা; সেয়ে দীঘলে পঁচিশ হাজার হাত, আৰু বহলে বিশ হাজার হাত হব; সেয়ে চারিওফালে তার সমুদায় সীমার ভিতরত পবিত্র হব। [২] তারে পাঁচ শ হাত দীঘল, আৰু পাঁচ শ হাত বহল চারিওফালে সমান এনে এডোখর ঠাই পবিত্র-স্থানর নিমিত্তে থাকিব, আৰু তার বাহিরফালে মুকলি ঠাইর নিমিত্তে কেউপোনে পঞ্চাশ হাত থাকিব। [৩] আৰু তুমি সেই পরিমিত অংশর পঁচিশ হাজার হাত দীঘল আৰু দহ হাজার হাত বহল ঠাই এডোখর জুখিবা, আৰু তাত পবিত্র ধর্ম্মধাম হব। [৪] সেয়ে দেশর পবিত্র অংশ; সেয়ে যিহোৱার পরিচর্য্যা করিবলৈ অহা ধর্ম্ম-ধামর পরিচারক পুরোহিতবিলাকর নিমিত্তে হব; আৰু সেয়ে সিবিলাকর ঘরর নিমিত্তে ঠাই হব, আৰু ধর্ম্মধামর নিমিত্তে পবিত্রস্থান হব। [৫] আৰু বিশটা খোঁটালী হবলৈ পঁচিশ হাজার হাত দীঘল, আৰু দহ হাজার হাত বহল ঠাই এডোখর গৃহটীর পরিচারক লেবীয়াবিলা-কর আধিপত্যর অর্থে হব। [৬] আৰু উপহার-স্বরূপে উৎসর্গ করা পবিত্র অংশর একোষে, পাঁচ হাজার হাত বহল আৰু পঁচিশ হাজার হাত দীঘল এডোখর ঠাই নগরখনর আধিপত্য, তোমালোকে নিরূপণ করিবা; সেয়ে ইস্রায়েলর সমুদায় বংশর নিমিত্তে হব। [৭] পবিত্র উপ-হারর আৰু নগরখনর আধিপত্যর ইফালে সিফালে, পবিত্র উপহার আৰু নগরখনর আধি-

পত্যর সন্মুখত, পশ্চিম ফালর পশ্চিমদিশে, আৰু পূব ফালর পূবদিশে অধিপতিজনর ভাগ হব; আৰু সেই ভাগ দীঘলে পশ্চিম সীমার পরা পূব সীমালৈকে অংশবোরর এক অংশর সমান হব। ৮ দেশত, ইস্রায়েলর মাজত, সেয়ে তেওঁর আধিপত্যর অর্থে হব; আৰু মোর অধিপতিবিলাকে মোর প্রজাবিলাকক আৰু অত্যাচার নকরিব, কিন্তু ইস্রায়েল-বংশর ফৈদ অনুসারে সিবিলাকক দেশ দিব।

৯ প্রভু যিহোৱাই এই কথা কৈছে, হে ইস্রায়েলর অধিপতিবিলাক, তোমালোকর পক্ষে যথেষ্ট হল; তোমালোকে অত্যাচার আৰু লুট দূর করা, বিচার আৰু ন্যায় সিদ্ধ করা; প্রভু যিহোৱাই কৈছে, তোমালোকে মোর প্রজাবিলাকক খেদাই দিবলৈ ক্ষান্ত হোৱা। ১০ তোমালোকর ন্যায় পাল্লা, ন্যায় ঐফা, আৰু ন্যায় বৎ হব লাগে। ১১ বতত এক হোমরর দহ ভাগর এভাগ, আৰু ঐফাত এক হোমরর দহ ভাগর এভাগ ধরিবর নিমিত্তে, ঐফা আৰু বৎ একে পরিমাণর হব; তার পরিমাণ হোমর অনুসারে হব। ১২ আৰু চেকলত বিশ গেরা থাকিব; তোমালোকর মানিত বিশ চেকল, পঁচিশ চেকল, পোন্ধের চেকল থাকিব। ১৩ তোমালোকে দিব লগীয়া উপহার এই। তোমালোকে এক হোমর ঘেঁহু ধানর পরা ঐফার ছয় ভাগর এভাগ, আৰু এক হোমর যবর পরা ঐফার ছয় ভাগর এভাগ দিবা। ১৪ আৰু তেলর, বৎ সম্পর্কীয় তেলর নিরূপিত ভাগ এক কোরর পরা বতর দহ ভাগর এভাগ হব; এক কোরত দহ বৎ, অর্থাৎ এক হোমর আছে; কিয়নো এক হোমরত দহ বৎ থাকে। ১৫ আৰু প্রভু যিহোৱাই কৈছে, লোকবিলাকক প্রায়শ্চিত্ত করিবলৈ, ভক্ষ্য নৈবেদ্য, হোম-বলি, আৰু মঙ্গলার্থক বলির নিমিত্তে, ইস্রায়েলর পুষ্টিকর ঘাঁহনিত চরা দুশ দুশ মেরর ভিতরত জাকর পরা এটা এটা মের দিব লাগিব। ১৬ দেশর সকলো প্রজাই ইস্রায়েলর অধিপতিজনক সেই উপহার দিব। ১৭ আৰু পর্ব্ববোরত, ন জোনত, বিশ্রাম-দিনত, ইস্রায়েল-বংশর আটাই নিরূপিত উৎসৱত হোম-বলি, ভক্ষ্য নৈবেদ্য, আৰু পেয় নৈবেদ্য উৎসর্গ করিবলৈ অধিপতিজন বাধ্য হব; ইস্রায়েল-বংশক প্রায়শ্চিত্ত করিবলৈ তেওঁ পাপার্থক বলি, ভক্ষ্য নৈবেদ্য, হোম-বলি, আৰু মঙ্গলার্থক বলি উৎসর্গ করিব।

### নানা সময়ত দিব লগা নতুন ইস্রায়েলর বলিদান আৰু নৈবেদ্যর বিষয়।

১৮ প্রভু যিহোৱাই এই কথা কৈছে, প্রথম মাহর প্রথম দিনা তুমি এটা নির্ঘূণী ভতরা লৈ ধর্ম্মধামক পাপর পরা মুক্ত করিবা। ১৯ পুরোহিতে সেই পাপার্থক বলির কিছু তেজ লৈ গৃহটীর দুৱারর খুঁটাত, যজ্ঞবেদির ওপর ভাগর চারি চুকত, আৰু ভিতর-চোঁতালখনর বাট-চরাটোর দুৱারর খুঁটাত লগাব। ২০ আৰু ভুল করা কোনো লোকর আৰু কোনো নির্ব্বোধ মানুহর নিমিত্তেও মাহর সপ্তম দিনা তুমি সেই রূপে করিবা; এই দরে তোমালোকে গৃহটী প্রায়শ্চিত্ত করিবা। ২১ প্রথম মাহর চৌদ্ধ দিনর দিনা তোমালোকর নিস্তারপর্ব্ব, সাতদিনীয়া ভোজ হব; সেই দিনা খমীর নিদিয়া পিঠা খাব লাগিব। ২২ সেই দিনা অধিপতিজনে নিজর নিমিত্তে, আৰু দেশর আটাই প্রজার নিমিত্তে পাপার্থক বলিস্বরূপে এটা ভতরা উৎসর্গ করিব। ২৩ আৰু তেওঁ ভোজর সাত দিন যিহোৱার উদ্দেশে হোম-বলির নিমিত্তে দিনে দিনে সাতোটা সাতোটা নির্ঘূণী ভতরা আৰু সাতোটা সাতোটা মটা মের উৎসর্গ করিব, আৰু পাপার্থক বলির নিমিত্তে প্রতিদিনে এটা এটা ছাগ উৎসর্গ করিব। ২৪ আৰু তেওঁ এটা এটা ভতরার লগত এক এক ঐফা, আৰু এটা এটা মটা মেরর লগত এক এক ঐফা, আৰু এক এক ঐফার লগত এক এক হীন তেল দি ভক্ষ্য নৈবেদ্য উৎসর্গ করিব। ২৫ সপ্তম মাহর পোন্ধের দিনর দিনাও পাপার্থক বলি, হোম-বলি, ভক্ষ্য নৈবেদ্য, আৰু তেল উৎসর্গ করিব; তেওঁ ভোজত সাত দিনলৈকে সেই দরে করিব।

৪৬ প্রভু যিহোৱাই এই কথা কৈছে, পূবফালে মুখ করা ভিতর-চোঁতালখনর বাট-চরাটো কাম করা ছয় দিন বন্ধ থাকিব; কিন্তু বিশ্রাম-দিনত আৰু ন জোনর দিনা খোলা হব।

[২] আৰু অধিপতিজন বাহিৰৰ পৰা, বাট-চৰাৰ বাৰাণ্ডাৰ বাটেদি সোমাই বাট-চৰাটোৰ দুৱাৰৰ খুঁটাৰ ওচৰত থিয় হব, আৰু পুৰোহিতবিলাকে তেওঁৰ হোম-বলি ও মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিব, আৰু তেওঁ দুৱাৰডলিত প্ৰণিপাত কৰিব, পাছে ওলাই যাব; কিন্তু বাট-চৰাটো গধূলি নোহোৱালৈকে বন্ধ কৰা নেযাব। [৩] আৰু দেশৰ প্ৰজাবিলাকে বিশ্ৰাম-দিনত আৰু ন জোনত যিহোৱাৰ আগত সেই বাট-চৰাটোৰ প্ৰবেশস্থানত প্ৰণিপাত কৰিব। [৪] আৰু যিহোৱাৰ উদ্দেশে অধিপতিজনে উৎসৰ্গ কৰিব লগীয়া হোম-বলি এই; বিশ্ৰাম-বাৰে ছটা নিৰ্ঘুণী মেৰ পোৱালি, আৰু এটা নিৰ্ঘুণী মটা মেৰ হব। [৫] মটা মেৰটোৰ লগত দিয়া ভক্ষ্য নৈবেদ্য এক ঐফা হব, আৰু মেৰ পোৱালিবোৰৰ লগত দিয়া ভক্ষ্য নৈবেদ্য তেওঁৰ শক্তি অনুসাৰে হব, আৰু এক এক ঐফাৰ লগত এক এক হীন তেল হব। [৬] আৰু ন জোনৰ দিনা এটা নিৰ্ঘুণী ডেকা ভতৰা হব; আৰু ছটা মেৰ পোৱালি আৰু এটা মটা মেৰ হব, এইবোৰো নিৰ্ঘুণী হব। [৭] আৰু ভতৰাটোৰ লগত এক ঐফা, মটা মেৰটোৰ লগত এক ঐফা, মেৰ পোৱালিবোৰৰ লগত তেওঁৰ শক্তি অনুসাৰে, আৰু এক এক ঐফাৰ লগত এক এক হীন তেল দি তেওঁ ভক্ষ্য নৈবেদ্য যুগুত কৰিব। [৮] যেতিয়া অধিপতিজন সোমাব, তেতিয়া তেওঁ বাট-চৰাটোৰ বাৰাণ্ডাৰ বাটেদি সোমাব, আৰু সেই একে বাটেদিয়েই ওলাই যাব। [৯] কিন্তু যেতিয়া দেশৰ প্ৰজাবিলাক নিৰূপিত উৎসৱত যিহোৱাৰ আগলৈ আহিব, তেতিয়া যি জনে প্ৰণিপাত কৰিবলৈ উত্তৰ বাট-চৰাটোৰ বাটেদি সোমাব, সি দক্ষিণ বাট-চৰাটোৰ বাটেদি ওলাই যাব, আৰু যি জনে দক্ষিণ বাট-চৰাটোৰ বাটেদি সোমাব, সি উত্তৰ বাট-চৰাটোৰ বাটেদি ওলাই যাব; সি সোমোৱা বাট-চৰাটোৰ বাটেদি ওলাই নেযাব, কিন্তু পোনে পোনে ওলাই যাব। [১০] আৰু সিবিলাক সোমোৱা সময়ত অধিপতিজন সিবিলাকৰ মাজত হৈ সোমাব; আৰু ওলোৱা সময়ত সিবিলাক সকলোৱে একেলগে ওলাব। [১১] পৰ্ব্ববোৰত আৰু নিৰূপিত কালত ভক্ষ্য নৈবেদ্য এটা এটা ভতৰাৰ লগত এক এক ঐফা, এটা এটা মটা মেৰৰ লগত এক এক ঐফা, মেৰ পোৱালিবোৰৰ লগত তেওঁৰ শক্তি অনুসাৰে, আৰু এক এক ঐফাৰ লগত এক এক হীন তেল হব। [১২] আৰু যেতিয়া অধিপতিজনে ইচ্ছামতে দিয়া উপহাৰ উৎসৰ্গ কৰিব, অৰ্থাৎ যিহোৱাৰ উদ্দেশে হোম-বলি বা মঙ্গলাৰ্থক বলি ইচ্ছামতে দিয়া উপহাৰস্বৰূপে উৎসৰ্গ কৰিব, তেতিয়া পূবফালে মুখ কৰা বাট-চৰাটো তেওঁৰ নিমিত্তে খোলা হব, আৰু তেওঁ বিশ্ৰাম-বাৰে কৰা নিচিনাকৈ আপোনাৰ হোম-বলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিব; পাছে তেওঁ বাহিৰলৈ যাব, আৰু তেওঁ ওলাই যোৱাৰ পাছত বাট-চৰাটো বন্ধ কৰা হব। [১৩] আৰু তুমি দিনে দিনে যিহোৱাৰ উদ্দেশে হোম-বলিৰ নিমিত্তে এটা এটা এবছৰীয়া নিৰ্ঘুণী মেৰ পোৱালি উৎসৰ্গ কৰিবা; প্ৰতিৰাতিপুৱা তুমি তাক উৎসৰ্গ কৰিবা। [১৪] আৰু তুমি ঐফাৰ ছয় ভাগৰ এভাগ, আৰু মিহি আটাগুড়ি তেজাবলৈ হীনৰ তিনি ভাগৰ এভাগ তেল দি প্ৰতিৰাতিপুৱা তাৰ লগত এক এক ভক্ষ্য নৈবেদ্য উৎসৰ্গ কৰিবা; সেয়ে চিৰস্থায়ী নিয়ম অনুসাৰে নিত্যে নিত্যে যিহোৱাৰ উদ্দেশে দিব লগীয়া ভক্ষ্য নৈবেদ্য। [১৫] এই ৰূপে সিবিলাকে প্ৰতিৰাতিপুৱা নিত্য হোম-বলিৰ অৰ্থে, মেৰ পোৱালি, ভক্ষ্য নৈবেদ্য, আৰু তেল উৎসৰ্গ কৰিব।

[১৬] প্ৰভু যিহোৱাই এই কথা কৈছে, যদি অধিপতিজনে তেওঁৰ পুত্ৰবিলাকৰ কোনো এজনক কিবা বস্তু দান কৰে, তেন্তে সেই বস্তুত সেই জনৰ স্বত্ব থাকিব, সেয়ে তেওঁৰ পুত্ৰবিলাকৰ হব; পুত্ৰ-পৌত্ৰাদিক্ৰমে তাত সিবিলাকৰ স্বত্ব থাকিব। [১৭] কিন্তু তেওঁ যদি তেওঁৰ আধিপত্যৰ পৰা তেওঁৰ বন্দীবোৰৰ কোনো বন্দীক কিবা বস্তু দান কৰে, তেন্তে সেয়ে মুক্তিৰ বছৰলৈকে তাৰ হৈ থাকিব; তাৰ পাছত অধিপতিজনৰ পুনৰায় হব; কিন্তু তেওঁৰ আধিপত্য হলে তেওঁৰ পুত্ৰবিলাকৰ হব। [১৮] ইয়াৰ বাহিৰে, অধিপতিজনে প্ৰজাবিলাকৰ আধিপত্যৰ পৰা সিবিলাকক খেদাবৰ নিমিত্তে সিবিলাকৰ আধিপত্যৰ পৰা একো নলব; মোৰ প্ৰজাবিলাকৰ এজনো আপোন আধিপত্যৰ পৰা

ছিন্নভিন্ন নহবর নিমিত্তে, তেওঁ আপোন আধিপত্যর পরাই আপোন পুত্রবিলাকক আধিপত্য দিব।

১৯ পাছে তেওঁ উত্তরফালে মুখ করা পুরোহিতবিলাকর পবিত্র খোঁটালীলৈ বাট-চরাটোর কোষর প্রবেশস্থানেদি মোক নিলে, আরু দেখা, পশ্চিমদিশে পাছফালে এখন ঠাই আছিল। ২০ তেতিয়া তেওঁ মোক কলে, পুরোহিতবিলাকে লোকবিলাকক পবিত্র করিবলৈ দোষার্থক বলি, পাপার্থক বলি, আরু ভক্ষ্য নৈবেদ্য বাহির-চোঁতালখনলৈ নিনিবর নিমিত্তে, সেই পাপার্থক ও দোষার্থক বলি সিজোৱা আরু ভক্ষ্য নৈবেদ্য তাও দিয়া ঠাই এয়ে। ২১ পাছে তেওঁ মোক বাহির-চোঁতালখনলৈ নি চোঁতালখনর চারিচুকেঁদি ফুরালে; আরু দেখা চোঁতালখনর প্রত্যেক চুকত এখন এখন চোঁতাল আছিল। ২২ চোঁতালখনর চারি চুকত, গড়েরে আবৃত চল্লিশ হাত দীঘল আরু ত্রিশ হাত বহল এখন এখন চোঁতাল আছিল; চুকর এই চারিওখন চোঁতাল একে পরিমাণর। ২৩ সেই চারিখনর প্রত্যেকখনর চারিওফালে লগালগি এশারী এশারী ঘর আছিল, আরু চারিওফালর সেই ঘরবোরর তলত সিজাবর নিমিত্তে চৌকা পতা আছিল। ২৪ পাছে তেওঁ মোক কলে, গৃহটীর পরিচারকবিলাকে লোকবিলাকর বলির মাংস সিজোৱা ঘর এইবোর।

নতুন মন্দিরর তলর পরা ওলাই অহা নদী।
নতুন ইস্রায়েল দেশর সীমা।

**৪৭** পাছে তেওঁ মোক গৃহটীর দুৱার মুখলৈ ওলোটাই নিলে; আরু দেখা, গৃহটীর দুৱারডলির তলর পরা জলসমূহ ওলাই পূব দিশলৈ বৈ গৈছিল, কিয়নো গৃহটীর আগ ফাল পূবদিশে আছিল; আরু বেদিটোর দক্ষিণে গৃহটীর সোঁ কোষর তলর পরা সেই জলসমূহ নামি গৈছিল। ২ পাছে তেওঁ মোক বাট চরাটোর বাটেদি উত্তরফালে উলিয়াই নিলে, আরু মোক ঘূরাই বাহিরর বাটেদি, পূবফালে মুখ করা বাট-চরাটোলৈ যোৱা পথেদি বাহির বাট-চরাটোলৈ নিলে, আরু দেখা, সোঁফালে জলসমূহ ওলাই বৈ গৈছিল। ৩ পাছে পুরুষজনে হাতত রচি এডাল লৈ পূব ফাললৈ আগ বাঢ়ি গৈ এক হাজার হাত জুখিলে, আরু মোক জলসমূহর মাজেদি নিলে; সেয়ে খার-গঁঠিয়া পানী। ৪ আকৌ তেওঁ এক হাজার হাত জুখিলে, আরু জলসমূহর মাজেদি মোক নিলে; সেয়ে একাঁঠুৱা পানী। পুনরায় তেওঁ এক হাজার হাত জুখিলে, আরু মোক জলসমূহর মাজেদি নিলে; সেয়ে একঁকলীয়া পানী। ৫ পাছে তেওঁ আকৌ এক হাজার হাত জুখিলে, সেয়ে ময় পার হৈ যাব নোৱরা এখন নদী; কিয়নো জলসমূহ বাঢ়িল, সাতুরিব লগা জলসমূহ হল, পার হৈ যাব নোৱরা এখন নদী হল। ৬ তেওঁ মোক কলে, হে মনুষ্য-সন্তান, তুমি ইয়াক দেখিছা নে? এই বুলি তেওঁ মোক পুনরায় নদীখনর দাঁতিলৈ লৈ গল। ৭ ময় উলটিলত, দেখা, নদীখনর পারত ইপারে সিপারে অনেক অনেক গছ আছে। ৮ পাছে তেওঁ মোক কলে, এই জলসমূহ পূব অঞ্চললৈ ওলাই গৈছে; এয়ে অরাবার মাজেদি নামি যাব, তার পাছে সমুদ্রলৈ যাব; এই জলসমূহ সমুদ্রত সোমালে তার পানী উত্তম হৈ যাব। ৯ আরু এই মহানদীখন যোৱা সকলো ঠাইর অসংখ্য জীৱজন্তু জীব; আরু বহুসংখ্যক মাছ হব; কিয়নো এই জলসমূহ সমুদ্রলৈ গলে তার জলসমূহ উত্তম হৈ যাব; আরু নদীখন যোৱা সকলো ঠাইর সকলো প্রাণী জীব। ১০ তার পারত মাছমরীয়াবিলাক থিয় হব, আরু অয়িন-গদীর পরা অয়িন-ইগ্লয়িমলৈকে জাল মেলি দিয়া ঠাই হব; সিহঁতর মাছ মহাসমুদ্রর মাছর নিচিনাকৈ নানা বিধর অসংখ্য মাছ হব। ১১ কিন্তু তার বোকা ঠাই আরু দলদলনিবোর উত্তম নহব; সেইবোর লোণীয়া ঠাই হব। ১২ আরু নদীখনর কোষত, তার পারত ইফালে সিফালে সকলো বিধর খোৱা গুটির গছ হব, সেইবোরর পাত জঁয় নপরিব আরু গুটি মুচুকাব; জলসমূহ ধর্ম্মধামর পরা ওলোৱার কারণে সেইবোরত মাহে মাহে নতুন নতুন গুটি ধরিব; আরু সেইবোরর গুটি আহারর নিমিত্তে, আরু সেইবোরর পাত সুস্থ করিবর নিমিত্তে হব।

১৩ প্রভু যিহোৱাই এই কথা কৈছে, যি

সীমাৰ ভিতৰত তোমালোকে ইস্রায়েলৰ বাৰ ফৈদ অনুসাৰে আধিপত্যৰ নিমিত্তে দেশ ভাগ বাঁটিবা, সেই সীমা এই; যোচেফে দুভাগ পাব। [১৪] আৰু মই তোমালোকৰ পূর্ব্বপুৰুষবিলাকক দিবলৈ যি দেশৰ বিষয়ে হাত দাঙি শপথ কৰিছিলোঁ, সেই দেশ তোমালোকে সমানে আধিপত্যস্বৰূপে লবা; সেই দেশ আধিপত্যস্বৰূপে তোমালোকৰ হব। [১৫] আৰু দেশৰ সীমা এই হব। উত্তৰফালে মহাসমুদ্ৰৰ পৰা হিত্‌লোনৰ বাটেদি চদাদৰ প্রবেশস্থানৰ ফাললৈ। [১৬] হমাৎ, বেৰোথা, দম্মেচকৰ আৰু হমাতৰ সীমাৰ মাজত থকা চিব্রয়িম, আৰু হাওৰাণৰ সীমাত থকা হাচেৰ-হত্তীকোণ। [১৭] এই ৰূপে সীমাটো সমুদ্ৰৰ পৰা দম্মেচকৰ সীমাত থকা হচৰ-ঐনোনলৈকে যাব, আৰু উত্তৰফালে উত্তৰদিশে হমাতৰ সীমা। [১৮] এয়ে উত্তৰ ফাল। আৰু পুব ফাল হাওৰাণ, দম্মেচক, ও গিলিয়দ, এই কেইটাৰে আৰু ইস্রায়েল দেশৰে মাজত থকা যৰ্দ্দন হব; উত্তৰ সীমাৰ পৰা পুব সমুদ্ৰলৈকে তোমালোকে জুখিবা। [১৯] এয়ে পুব ফাল। আৰু দক্ষিণ-দিশে দক্ষিণ ফাল, তামৰৰ পৰা মৰীবোৎ-কাদেচৰ জলসমূহেদি, মিচৰ জুৰীয়েদি মহাসমুদ্ৰলৈকে হব। এয়ে দক্ষিণ দিশৰ দক্ষিণ ফাল। [২০] আৰু দক্ষিণ সীমাৰে পৰা হমাতৰ প্রবেশস্থানৰ সম্মুখলৈকে পশ্চিম ফাল মহাসাগৰ হব। [২১] এয়ে পশ্চিম ফাল। এই ৰূপে ইস্রায়েলৰ ফৈদ অনুসাৰে তোমালোকে এই দেশ তোমালোকৰ নিমিত্তে ভাগ বাঁটিবা। [২২] তোমালোকে নিজৰ নিজৰ নিমিত্তে, আৰু যি বিদেশী লোকবিলাকে তোমালোকৰ মাজত প্রবাস কৰি তোমালোকৰ মাজত সন্তান উৎপন্ন কৰিব, সিহঁতৰ নিমিত্তেও তাক আধিপত্যৰ অর্থে চিঠিখেলেৰে ভাগ বাঁটিবা; আৰু সিহঁত ইস্রায়েলৰ সন্তানবিলাকৰ মাজত তোমালোকৰ বিবেচনাত স্বজাতীয় যেন হব; সিহঁতে ইস্রায়েলৰ ফৈদবিলাকৰ মাজত তোমালোকৰ লগত আধিপত্য পাব। [২৩] আৰু প্রভু যিহোৱাই কৈছে, যি ফৈদৰ মাজত বিদেশীয়ে বাস কৰিব, তাতেই তোমালোকে তাক তাৰ আধিপত্য দিবা।

নতুন ইস্রায়েল দেশ ভাগ বাঁটি দিয়া।

**৪৮** ফৈদবিলাকৰ এই এই নাম। একেবাৰে মূৰত উত্তৰফালে হিত্‌লোনৰ বাটৰ কোষেদি হমাতৰ প্রবেশস্থানলৈকে, দম্মেচকৰ সীমাত থকা হচৰ ঐননলৈকে উত্তৰফালে হমাতৰ কোষত পুব আৰু পশ্চিমলৈ দানে এক অংশ পাব। [২] আৰু দানৰ সীমাৰ কোষেদি পুব ফালৰ পৰা পশ্চিম ফাললৈ আচেৰে এক অংশ পাব। [৩] আৰু আচেৰৰ সীমাৰ কোষেদি পুব ফালৰ পৰা পশ্চিম ফাললৈ নপ্তালীয়ে এক অংশ পাব। [৪] আৰু নপ্তালীৰ সীমাৰ কোষেদি পুব ফালৰ পৰা পশ্চিম ফাললৈ মনচিয়ে এক অংশ পাব। [৫] আৰু মনচিৰ সীমাৰ কোষেদি পুব ফালৰ পৰা পশ্চিম ফাললৈ ইফ্রয়িমে এক অংশ পাব। [৬] আৰু ইফ্রয়িমৰ সীমাৰ কোষেদি পুব ফালৰ পৰা পশ্চিম ফাললৈ ৰূবেণে এক অংশ পাব। [৭] আৰু ৰূবেণৰ সীমাৰ কোষেদি পুব ফালৰ পৰা পশ্চিম ফাললৈ যিহূদাই এক অংশ পাব।

[৮] আৰু যিহূদাৰ সীমাৰ কোষেদি পুব ফালৰ পৰা পশ্চিম ফাললৈ, পঁচিশ হাজাৰ হাত বহল, আৰু দীঘলে পুব ফালৰ পৰা পশ্চিম ফাললৈ আন অংশবোৰৰ এক অংশৰ সমান তোমালোকে দিব লগা উপহাৰ-ভূমি হব; আৰু ধর্ম্মধাম তাৰ মাজত হব। [৯] যিহোৱাৰ উদ্দেশে তোমালোকে দিব লগা উপহাৰ-ভূমি পঁচিশ হাজাৰ হাত দীঘল, আৰু দহ হাজাৰ হাত বহল হব। [১০] আৰু সেই পবিত্র উপহাৰ-ভূমি পুৰোহিতবিলাকৰ নিমিত্তে হব। সেয়ে উত্তৰফালে পঁচিশ হাজাৰ হাত দীঘল, পশ্চিমফালে দহ হাজাৰ হাত বহল, পূবফালে দহ হাজাৰ হাত বহল, আৰু দক্ষিণফালে পঁচিশ হাজাৰ হাত দীঘল হব; তাৰ মাজ ঠাইত যিহোৱাৰ ধর্ম্মধাম থাকিব। [১১] ইস্রায়েলৰ সন্তানবিলাক বিপথে যোৱা কালত লেবীয়াবিলাকে বিপথে যোৱা নিচিনাকৈ বিপথে নোযোৱা মোৰ ৰক্ষণীয় ৰক্ষা কৰা চাদোকৰ সন্তানবিলাকৰ মাজৰ পবিত্রীকৃত পুৰোহিতবিলাকৰ নিমিত্তে সেয়ে হব। [১২] সেয়ে সিবিলাকৰ পক্ষে, দেশৰ উপহাৰ-ভূমিৰ পৰা লোৱা, লেবীয়াবিলাকৰ সীমাৰ

কোষত এক অতি পবিত্র উপহার হব। [13] আৰু লেবীয়াবিলাকে পুরোহিতবিলাকর সীমার সম্মুখত দীঘলে পঁচিশ হাজার হাত, আরু বহলে দহ হাজার হাত এডোখর ভূমি পাব; তার গোটেই দৈর্ঘ্য পঁচিশ হাজার হাত, আরু প্রস্থ দহ হাজার হাত। [14] সিবিলাকে ইয়ার অলপো নেবেচিব, ইয়ার অলপো সলনি নকরিব, নাইবা দেশর প্রথম ফল হস্তান্তর নকরিব; কিয়নো এয়ে যিহোবার উদ্দেশে পবিত্র। [15] আরু পঁচিশ হাজার হাতর সম্মুখর বহলর বাকী পাঁচ হাজার হাত সাধারণ হব; সেয়ে নগরখন, বসতিস্থান, আরু চারিওফালর মুকলি ঠাইর নিমিত্তে হব; নগরখন তার মাজ ঠাইত হব। [16] তার পরিমাণ এইবোর; উত্তর ফাল চারি হাজার পাঁচ শ হাত, দক্ষিণ ফাল চারি হাজার পাঁচ শ হাত, পূব ফাল চারি হাজার পাঁচ শ হাত, আরু পশ্চিম ফাল চারি হাজার পাঁচ শ হাত; [17] আরু নগরখনর চারিওফালে মুকলি ঠাই থাকিব; উত্তরদিশে দুশ পঞ্চাশ হাত, দক্ষিণদিশে দুশ পঞ্চাশ হাত, পূবদিশে দুশ পঞ্চাশ হাত, আরু পশ্চিমদিশে দুশ পঞ্চাশ হাত। [18] আরু পবিত্র উপহার-ভূমির সম্মুখর দীঘলর বাকী ভাগ পূবদিশে দহ হাজার হাত আরু পশ্চিমদিশে দহ হাজার হাত হব, আরু এয়ে পবিত্র উপহার-ভূমির আগত হব; আরু তার উৎপন্ন শস্য নগরখনত কাম করোঁতা লোকবিলাকর আহারর নিমিত্তে হব। [19] আরু ইস্রায়েলর আটাই ফৈদর মাজর যি লোকবিলাকে নগরখনত কাম করে, সিবিলাকে তাক চহাব। [20] গোটেই উপহার-ভূমি দীঘলে পঁচিশ হাজার হাত আরু বহলে পঁচিশ হাজার হাত হব; তোমালোকে নগরখনর অধিকৃত অংশই সৈতে সেই পবিত্র উপহার-ভূমি চারিচুকীয়া করি উৎসর্গ করিবা।

[21] পবিত্র উপহার-ভূমির আরু নগরখনর অধিকৃত অংশর ইফালর সিফালর অবশিষ্ট ভাগ অধিপতিজনর নিমিত্তে হব; পূব সীমার ফালে উপহার-ভূমির পঁচিশ হাজার হাতর সম্মুখর, আরু পশ্চিমদিশে পশ্চিম সীমার ফালে পঁচিশ হাজার হাতর সম্মুখর অংশবোরর কোষর ভাগ অধিপতিজনর নিমিত্তে হব; আরু পবিত্র উপহার-ভূমি ও গৃহটীর ধর্ম্মধাম তার মাজ ঠাইত হব। [22] অধিপতিজনর অংশর মাজ ঠাইত থকা যি ভাগ লেবীয়াবিলাকর অধিকৃত অংশর আরু নগরখনর অধিকৃত অংশর বাহিরে যিহুদা আরু বিন্যামীনর সীমার মাজত হব, সেয়ে অধিপতিজনর হব।

[23] আরু অবশিষ্ট ফৈদবিলাকর এই এই অংশ হব; পূব ফালর পরা পশ্চিম ফাললৈ বিন্যামীনে এক অংশ পাব; [24] আরু বিন্যামীনর সীমার কোষেদি পূব ফালর পরা পশ্চিম ফাললৈ চিমিয়োনে এক অংশ পাব; [25] আরু চিমিয়োনর সীমার কোষেদি পূব ফালর পরা পশ্চিম ফাললৈ ইচাখরে এক অংশ পাব; [26] আরু ইচাখরর সীমার কোষেদি পূব ফালর পরা পশ্চিম ফাললৈ জবূলূনে এক অংশ পাব; [27] আরু জবূলূনর সীমার কোষেদি পূব ফালর পরা পশ্চিম ফাললৈ গাদে এক অংশ পাব। [28] গাদর সীমার কোষেদি দক্ষিণফালে দক্ষিণদিশে তামরর পরা মরীবৎ-কাদেচর জলসমূহর মাজেদি, মিচর জুরীয়েদি মহাসমুদ্রলৈ সীমা হব। [29] প্রভু যিহোবাই কৈছে, আধিপত্যর অর্থে ইস্রায়েলর ফৈদবিলাকর নিমিত্তে তোমালোকে চিঠিখেলেরে ভাগ বাঁটিব লগা দেশ এয়ে, আরু এইবোরেই সিবিলাকর অংশ।

[30] আরু নগরখনর চারিওফালর সীমা এইবোর। উত্তরফালে চারি হাজার পাঁচ শ হাত। [31] আরু নগরখনর দুৱারবোর ইস্রায়েলর ফৈদর নাম অনুসারে হব; উত্তরফালে তিনিখন দুৱার, রূবেণর এখন, যিহুদার এখন, আরু লেবীর এখন। [32] আরু পূবফালে চারি হাজার পাঁচ শ হাত, আরু তিনিখন দুৱার, যোচেফর এখন, বিন্যামীনর এখন, আরু দানর এখন। [33] আরু দক্ষিণফালে চারি হাজার পাঁচ শ হাত, আরু তিনিখন দুৱার, চিমিয়োনর এখন, ইচাখরর এখন, আরু জবূলূনর এখন। [34] আরু পশ্চিমফালে চারি হাজার পাঁচ শ হাত, আরু তার তিনিখন দুৱার, গাদর এখন, আচেরর এখন, আরু নপ্তালীর এখন। [35] চারিওফালে অঠের হাজার হাত হব; আরু সেই দিনর পরা নগরখন "যিহোবা সৌ তাত আছে," এই নামেরে প্রখ্যাত হব।

# দানিয়েলর পুস্তক।

দানিয়েল আরু তেওঁর তিনি জন
বন্ধুর বিষয়।

১ যিহূদার রজা যিহোয়াকীমর রাজত্বর তৃতীয় বছরত বাবিলর রজা নবূখদ্‌নেচরে যিরূচালেমলৈ আহি তাক অবরোধ করিলে। [২]আরু প্রভুরে যিহূদার রজা যিহোয়াকীমক আরু ঈশ্বরর গৃহর কেত্‌বোর বস্তু তেওঁর হাতত সমর্পণ করিলে; তাতে তেওঁ সেই বস্তুবোর চিনার দেশলৈ আপোনার দেবতার গৃহলৈ লৈ গল; আরু তেওঁ সেই বস্তুবোর আপোনার দেবতার ভঁরালত থলে। [৩]পাছে রজাই আপোনার নপুংসকবিলাকর অধ্যক্ষ অস্পনজক আজ্ঞা করিলে, বোলে, ইস্রায়েলর সন্তানবিলাকর মাজর, বিশেষকৈ রাজবংশর আরু প্রধানবিলাকর মাজর, [৪]ঘুণ নথকা, সুন্দর, আটাই বিদ্যাত নিপুণ, বুদ্ধিত চোকা, জ্ঞানত পটু, আরু রাজগৃহত থিয় হবর যোগ্য গোটাদিয়েক লরা আনি কল্‌দীয়া শাস্ত্র আরু ভাষা শিকোরা হওক। [৫]রজাই আরু নিরূপণ করিলে, যে, তেওঁর উত্তম খাদ্যদ্রব্যর পরা আরু তেওঁ পান করা দ্রাক্ষারসর পরা দিনে দিনে সিবিলাকক ভাগ দিব, আরু সিবিলাকক তিনি বছরলৈকে প্রতিপালন করি তিনি বছরর শেষত রজার আগত থিয় করাব। [৬]সিবিলাকর মাজত যিহূদা-বংশর দানিয়েল, হননিয়া, মীচায়েল, আরু অজরিয়া আছিল। [৭]পাছে নপুংসকবিলাকর অধ্যক্ষই সিবিলাকর নাম সলাই দানিয়েলক বেল্‌টচ্চর, হননিয়াক চদ্রক, মীচায়েলক মৈচক, আরু অজরিয়াক অবেদ-নগো নাম দিলে। [৮]কিন্তু দানিয়েলে, রজার উত্তম খাদ্যদ্রব্যেরে আরু তেওঁ পান করা দ্রাক্ষারসেরে যেন আপোনাকে অশুচি করা নহয়, তার নিমিত্তে বড় চিন্তা করি আছিল; এই হেতুকে আপোনাকে যেন অশুচি করা নহয়, এনে অনুমতি পাবলৈ নপুংসকবিলাকর অধ্যক্ষর আগত তেওঁ নিবেদন করিলে। [৯]তেতিয়া ঈশ্বরে দানিয়েলক নপুংসকবিলাকর সেই অধ্যক্ষর আগত দয়া আরু অনুগ্রহপ্রাপ্ত করিলে। [১০]তাতে নপুংসকবিলাকর সেই অধ্যক্ষই দানিয়েলক কলে, মোর প্রভু যি মহারজাই তোমালোকর খাদ্যদ্রব্য আরু পান করা বস্তু নিরূপণ করিলে, তেওঁলৈময় ভয় করোঁ; কিয়নো তেওঁ তোমালোকর সমবয়সীয়া যুবাবিলাকতকৈ তোমালোকর মুখ কিয় শুকান দেখিব? এই রূপে তোমালোকে রজার আগত মোর মূর সঙ্কটত পেলাবা। [১১]পাছে নপুংসকবিলাকর অধ্যক্ষই দানিয়েল, হননিয়া, মীচায়েল, আরু অজরিয়ার ওপরত নিযুক্ত করা ঘরগিরিক দানিয়েলে কলে, [১২]আপুনি অনুগ্রহ করি দহ দিন আপোনার এই দাসবিলাকক পরীক্ষা করি চাওক; খাবলৈ আমাক শাক-পাচলি, আরু পান করিবলৈ আমাক পানী দিবর নিমিত্তে আপুনি আজ্ঞা দিওক। [১৩]পাছে আমার, আরু রজার উত্তম খাদ্যদ্রব্য খোরা যুবাবিলাকর মুখর চেহারার পরীক্ষা হওক; তাতে, আপুনি যেনে দেখিব, সেই দরে আপোনার এই দাসবিলাকলৈ করিব। [১৪]তেতিয়া তেওঁ সিবিলাকর সেই কথাত মান্তি হৈ দহ দিনলৈকে সিবিলাকক পরীক্ষা করি চালে। [১৫]দহ দিনর শেষত দেখা গল, রজার উত্তম খাদ্যদ্রব্য খোরা সকলো যুবাতকৈ সিবিলাকর মুখর চেহারা উত্তম, আরু গা পুষ্ট হল। [১৬]তাতে ঘরগিরিয়ে, সিবিলাকে আহার করিব লগীয়া বস্তু, আরু পান করিব লগীয়া দ্রাক্ষারসর সলনি সিবিলাকক শাক-পাচলি দিবলৈ ধরিলে। [১৭]আরু ঈশ্বরে সেই চারি জন যুবাক সকলো শাস্ত্রত ও বিদ্যাত জ্ঞানী আরু নিপুণ করিলে; আরু সকলো বিধ দর্শন ও সপোনর কথা দানি-

য়েলে বুজিব পৰা হল । [১৮] পাছে ৰজাই যি কালৰ পাছত সকলোকে আনিবলৈ আজ্ঞা কৰিছিল, সেই কাল পূৰ হলত, নপুংসকবিলাকৰ অধ্যক্ষই নবূখদ্‌নেচৰৰ আগত সিবিলাকক উপস্থিত কৰিলে । [১৯] তেতিয়া, ৰজাই সিবিলাকৰ লগত কথাবাৰ্ত্তা হলত, সিবিলাকৰ মাজত, দানিয়েল, হননিয়া, মীচায়েল, আৰু অজৰিয়া, এই কেইজনৰ সমান আন কাকো পোৱা নগল ; এই হেতুকে তেতিয়াৰে পৰা সিবিলাক ৰজাৰ আগত থিয় হল । [২০] আৰু জ্ঞান ও বুদ্ধিবিষয়ক যি কোনো কথা ৰজাই সিবিলাকক সুধিলে, সেই সকলো কথাত আপোনাৰ ৰাজ্যত থকা আটাই শাস্ত্ৰজ্ঞ আৰু গণকতকৈ তেওঁ সিবিলাকক দহগুণে নিপুণ হোৱা পালে । [২১] আৰু দানিয়েল কোৰচ ৰজাৰ ৰাজত্বৰ প্ৰথম বছৰলৈকে থাকিল ।

নবূখদ্‌নেচৰ ৰজাৰ সপোন আৰু তাৰ ফলিতা ।

২ নবূখদ্‌নেচৰে আপোনাৰ ৰাজত্বৰ দ্বিতীয় বছৰত এটা গুৰুতৰ সপোন দেখিলে ; তাতে তেওঁৰ মন চিন্তিত হোৱাত টোপনি ভাগিল । [২] পাছে ৰজাই আপোনাৰ সেই সপোন আপোনাকে কবৰ নিমিত্তে, শাস্ত্ৰজ্ঞ, গণক, মায়াবী, আৰু কল্‌দীয়াবিলাকক মাতিবলৈ আজ্ঞা দিলত, সিবিলাক আহি ৰজাৰ আগত থিয় হল । [৩] তেতিয়া ৰজাই সিবিলাকক কলে, ময় এটা সপোন দেখিলোঁ, তাক জানিবলৈ মোৰ মন চিন্তিত হৈছে । [৪] তাতে কল্‌দীয়াবিলাকে অৰামীয়া ভাষাৰে ৰজাক কলে, মহাৰাজ চিৰজীৱী হওক ; আপোনাৰ এই দাসবিলাকক সপোন্‌টো কওক, আমি তাৰ ফলিতা কম । [৫] ৰজাই উত্তৰ দি কল্‌দীয়াবিলাকক কলে, মোৰ পৰা এই আজ্ঞা ওলাল, যে, তোমালোকে যদি সপোন আৰু তাৰ ফলিতা দুয়োকো মোক জনাব নোৱাৰা, তেন্তে তোমালোকক ডোখৰ-ডোখৰকৈ কটা যাব, আৰু তোমালোকৰ ঘৰ-বোৰ গোবৰৰ দ'ম যেন কৰা যাব ; [৬] কিন্তু যদি সেই সপোন আৰু তাৰ ফলিতা দুয়োকো মোক কোৱা, তেন্তে মোৰ পৰা বঁটা, পুৰস্কাৰ, আৰু উত্তম মৰ্য্যাদা পাবা ; এই হেতুকে সেই সপোন আৰু তাৰ ফলিতা মোক কোৱা । [৭] সিবিলাকে দ্বিতীয়বাৰ উত্তৰ দি কলে, মহাৰাজে আপোন দাসবিলাকৰ আগত সপোন্‌টো কওক ; তেতিয়া আমি তাৰ ফলিতা কম । [৮] ৰজাই উত্তৰ দি কলে, ময় নিশ্চয় জানিছোঁ, মোৰ এই আজ্ঞা ওলাল দেখি তোমালোকে সময় নিয়াব খুজিছা । [৯] যদি তোমালোকে সেই সপোন মোক নজনোৱা, তেন্তে তোমালোকলৈ কেৱল সেই একেটা আজ্ঞাই থাকিল ; কিয়নো কুসময় গুচি সুসময় নোহোৱালৈকে মোৰ আগত মিছা আৰু ভাগুনা কথা কবলৈ তোমালোকে থিৰ কৰিছা । এই হেতুকে তোমালোকে মোৰ আগত সপোন্‌টো কোৱা ; তাতে ময় জানিম, যে, তোমালোকে তাৰ ফলিতাও মোৰ আগত কব পাৰিবা । [১০] কল্‌দীয়াবিলাকে ৰজাক উত্তৰ দি কলে, মহাৰাজে সোধা কথা জনাব পৰা পৃথিবীত কোনো নাই ; কিয়নো মহান আৰু পৰাক্ৰমী কোনো ৰজাই কেতিয়াও এনে কথা কোনো শাস্ত্ৰজ্ঞ, কি গণক, কি কল্‌দীয়াক সোধা নাই । [১১] মহাৰাজে যি কথা সুধিছে, সেয়ে কঠিন ; কিয়নো মৰ্ত্ত্যবিলাকৰ লগত বাস নকৰা দেৱতাসকলৰ বাহিৰে, মহাৰাজৰ আগত ইয়াক জনাব পৰা কোনো নাই । [১২] ইয়াকে শুনি ৰজাই ক্ৰুদ্ধ আৰু অতিশয় কোপান্বিত হৈ বাবিলৰ আটাই বিদ্বান লোকক বধ কৰিবলৈ আজ্ঞা দিলে । [১৩] বিদ্বান লোকবিলাকক বধ কৰা আজ্ঞা প্ৰচাৰিত হলত, লোকবিলাকে দানিয়েলক আৰু তেওঁৰ লগৰীয়াবিলাকক বধ কৰিবলৈ বিচাৰিলে । [১৪] তেতিয়া বাবিলৰ বিদ্বান লোকবিলাকক বধ কৰিবলৈ ওলাই যোৱা অৰিয়োক নামেৰে ৰজাৰ ৰক্ষক-সেনাপতিক দানিয়েলে বিবেচনাৰে আৰু জ্ঞানেৰে উত্তৰ দিলে । [১৫] তেওঁ ৰাজসেনাপতি সেই অৰিয়োকক উত্তৰ দি সুধিলে, ৰজাৰ পৰা ইমান ততাতৈয়া আজ্ঞা কিয় ? তাতে অৰিয়োকে সেই কথা দানিয়েলক ভাঙ্গি কলে । [১৬] তেতিয়া দানিয়েলে ৰজাৰ ওচৰলৈ গৈ এই প্ৰাৰ্থনা কৰিলে, মহাৰাজক সপোন্‌টোৰ ফলিতা জনাবৰ অৰ্থে মোক কিছু সময় দিবলৈ আজ্ঞা হওক ।

[১৭] পাছে, দানিয়েল আৰু তেওঁৰ লগৰীয়াবিলাক বাবিলত আন বিদ্বানবিলাকে সৈতে

বিনষ্ট নহবর নিমিত্তে, [১৮] সেই নিগূঢ় কথার বিষয়ে স্বর্গর ঈশ্বরর আগত কৃপা মাগন করিবলৈ, দানিয়েলে আপোন ঘরলৈ গৈ তেওঁর লগরীয়া হননিয়া, মীচায়েল, আরু অজরিয়াক সেই কথা জনালে। [১৯] পাছে রাতি দর্শনত দানিয়েলর আগত সেই নিগূঢ় বিষয় প্রকাশিত হলত, দানিয়েলে স্বর্গর ঈশ্বরর ধন্যবাদ করিলে। [২০] দানিয়েলে মাত লগাই কলে, ঈশ্বরর নাম যুগে যুগে চিরকাললৈকে ধন্য হওক; কিয়নো জ্ঞান আরু পরাক্রম তেওঁরেই। [২১] তেওঁ সময় আরু কাল সলনি করে; তেওঁ রজাবিলাকক ভাঙ্গে আরু পাতে; তেওঁ জ্ঞানীবিলাকক জ্ঞান, আরু বিবেচকবিলাকক বিবেচনা দিয়ে। [২২] তেওঁ গভীর আরু গোপনীয় বিষয় প্রকাশ করে; তেওঁ আন্ধারত থকা কথা জানে, আরু তেওঁর লগত পোহর থাকে। [২৩] হে মোর ওপর-পিতৃবিলাকর ঈশ্বর, ময় তোমার ধন্যবাদ আরু প্রশংসা করিছোঁ; তুমি মোক জ্ঞান আরু শক্তি দি, আমি তোমার আগত যাজ্ঞা করা বিষয় মোক সম্প্রতি জনালা; কিয়নো রজার কথা তুমি আমাক জনালা। [২৪] পাছে দানিয়েলে বাবিলত থকা বিদ্বানবিলাকক বধ করিবলৈ রজাই নিযুক্ত করা অরিয়োকর ওচরলৈ গৈ, তেওঁর লগত সাক্ষাৎ করি, তেওঁক এই কথা কলে, আপুনি বাবিলর বিদ্বানবিলাকক বধ নকরিব; রজার গুরিলৈ মোক লৈ যাওক, ময় রজাক সপোনর ফলিতা কম।

[২৫] তেতিয়া অরিয়োকে বেগাই দানিয়েলক রজার ওচরলৈ লৈ গৈ রজাক কলে, দেশান্তরিত যিহুদীবিলাকর মাজত ময় এইটো মানুহ পালোঁ, ই রজাক ফলিতা কব। [২৬] তাতে রজাই, বেল্‌টচ্চর নামেরে প্রখ্যাত দানিয়েলক সুধিলে, ময় দেখা সপোন আরু তার ফলিতা তুমি মোক কব পারা নে? [২৭] তেতিয়া দানিয়েলে রজার আগত উত্তর দি কলে, মহারাজে যি নিগূঢ় কথা সুধিছে, তাক মহারাজক কবলৈ কোনো বিদ্বান, কি গণক, কি শাস্ত্রজ্ঞ, কি জ্যোতিষীয়ার সাধ্য নাই। [২৮] কিন্তু নিগূঢ় কথা প্রকাশ করোঁতা এজনা ঈশ্বর স্বর্গত আছে; শেষকালত যি যি ঘটিব, সেই সকলোকে তেওঁ মহারজা নবূখদনেচরক জনালে; আপোনার সপোন, শয্যাত থাকোঁতে আপোনার মানসিক দর্শন এই। [২৯] হে মহারাজ, আপুনি শয়ন করোঁতে, আপোনার মনত ভাবি-ঘটনার বিষয়ে নানা ভাবনা হৈছিল; তাতে নিগূঢ় কথা প্রকাশ করোঁতা জনাই, আগলৈ কি ঘটিব, তাক আপোনার আগত জনালে। [৩০] কিন্তু আন আন জীবিত লোকতকৈ মোরেই অধিক জ্ঞান আছে বুলি যে মোর আগত এই নিগূঢ় বিষয় প্রকাশিত হল, এনে নহয়, কিন্তু মহারাজক সপোনর ফলিতা কবর অর্থে, আরু আপুনি আপোনার মনর ভাবনা বুজিবর নিমিত্তে সেয়ে প্রকাশিত হল। [৩১] হে মহারাজ, আপুনি চাই এটা বৃহৎ মূর্ত্তি দেখিছিল; সেই মূর্ত্তি বড় ডাঙর আরু অতিশয় উজ্জ্বল; সেয়ে আপোনার আগত থিয় হৈছিল, আরু দেখিবলৈ ভয়ানক আছিল। [৩২] সেই মূর্ত্তিটোর মূর শুদ্ধ সোণর, বুকু আরু বাহু রূপর, পেট আরু করঙন পিত্তলর, [৩৩] ভরি লোহার, আরু ভরির পতা কিছু লোহা আরু কিছু মাটির আছিল। [৩৪] আপুনি চাই থাকোঁতেই শেষত এটা শিল বিনাহাতে কাটি উলিওৱা হল, আরু সেই শিলে মূর্ত্তিটোর ভরির লোহা আরু মাটির পতা দুখনত খুন্দা মারি তাক গুড়ি করিলে। [৩৫] তাতে সেই লোহা, মাটি, পিত্তল, রূপ, আরু সোণ একেবারে গুড়ি হৈ ঘামকালর মরণা মরা খলার ধুলার নিচিনা হল; আরু বতাহে সেইবোর এনেকৈ উড়ুৱাই লৈ গল, যে, ক'তো সেইবোরর উদ্দেশ পোৱা নগল; কিন্তু যি শিল্‌টোরে মূর্ত্তিটোক খুন্দা মারিছিল, সেয়ে বৃহৎ পর্ব্বত হৈ গোটেই পৃথিবী জুরিলে। সপোন্‌টো এয়ে। [৩৬] এতিয়া আমি মহারাজর আগত ফলিতা কওঁ। [৩৭] হে মহারাজ, আপুনি রাজাধিরাজ; স্বর্গর ঈশ্বরে আপোনাক রাজ্য, ঐশ্বর্য্য, পরাক্রম, আরু সন্মান দিলে; [৩৮] আরু যি যি ঠাইত মনুষ্যর সন্তানবিলাক, হাবির জন্তুবোর, আরু আকাশর পক্ষীবোরে বাস করে, সেই সেই ঠাইত তেওঁ সেইবোরক আপোনার হাতত সমর্পণ করিলে, আরু সকলোরে ওপরত আপোনাক অধিপতি পাতিলে। আপুনিয়েই সেই সোণর মূর। [৩৯] আপোনার পাছত আপোনাতকৈ নরম আন এক রাজ্য উঠিব; তার পাছে পিত্তলরূপ আন এক তৃতীয় রাজ্য উঠিব,

সেয়ে গোটেই পৃথিবীর ওপরত শাসন করিব। [40] আরু চতুর্থ রাজ্য লোহার দরে দৃঢ় হব; লোহাই যেনেকৈ সকলো বস্তু ডোখর ডোখর করি গুড়ি করে, সকলোকে ভাঙোতা লোহার দরে, ঠিক সেই রূপে এই রাজ্যই সেই সকলোকে ভাঙ্গি গুড়ি করিব। [41] আরু আপুনি দেখিছিল, ভরির পতা আরু ভরির আঙ্গুলিবোর কিছু কুমার-মাটির আরু কিছু লোহার; তার দ্বারায় জানিব লাগে, যে, চতুর্থ রাজ্য বিভক্ত হব; কিন্তু সেই রাজ্যত লোহার শক্তি থাকিব, কিয়নো আপুনি কুমার-মাটি মিহলি থকা লোহা দেখিছিল। [42] আরু ভরির আঙ্গুলিবোর যে কিছু লোহার আরু কিছু মাটির আছিল, তার দ্বারায় জানিব লাগে, যে, রাজ্য এভাগ দৃঢ়, আরু এভাগ সহজে ভাঙ্গিব পরা হব। [43] আরু আপুনি যে কুমার-মাটিরে মিহলি হোৱা লোহা দেখিছিল, তার দ্বারায় জানিব লাগে, যে, সেই রাজ্যর লোকবিলাকর মাজত পরস্পরর বিবাহর সম্বন্ধ থাকিব; কিন্তু যেনেকৈ লোহা মাটির লগত লাগি নেথাকে, তেনেকৈ সিবিলাক পরস্পরে লাগি নেথাকিব। [44] আরু সেই রজাবিলাকর কালত স্বর্গর ঈশ্বরে এক রাজ্য স্থাপন করিব; সেয়ে কেতিয়াও বিনষ্ট নহব, আরু সেই রাজ্যর ভার আন জাতির হাতত দিয়া নহব; কিন্তু সেয়ে সেই আটাই রাজ্য ভাঙ্গি সংহার করি নিজে সদাকাললৈকে থাকিব। [45] আপুনি দেখিছিল, যে, পর্ব্বতর পরা বিনাহাতে এটা শিল কাটি উলিওৱা হল, আরু সেই শিলে লোহা, পিত্তল, মাটি, রূপ, আরু সোণ সকলোকে গুড়ি করিলে; মহান ঈশ্বরে ইয়ার দ্বারায় মহারাজক ভাবিঘটনা জনালে; সপোনটো ঠিক, আরু তার ফলিতাও স্বরূপ। [46] তেতিয়া রজা নবূখদ্নেচরে উবুরি হৈ পড়ি দানিয়েলক প্রণাম করিলে, আরু তেওঁর উদ্দেশে নৈবেদ্য আরু ধূপ উৎসর্গ করিবলৈ আজ্ঞা দিলে। [47] রজাই দানিয়েলক উত্তর দি কলে, তুমি এই নিগূঢ় কথা বুজাব পরা হৈছা; এতেকে স্বরূপেই, তোমালোকর ঈশ্বর ঈশ্বরবিলাকরো ঈশ্বর, রজাবিলাকরো, প্রভু, আরু নিগূঢ়-বিষয়-প্রকাশক। [48] তেতিয়া রজাই দানিয়েলক মহান করি অনেক বহুমূল্য বঁটা দিলে, আরু গোটেই বাবিল প্রদেশর ওপরত শাসনকর্ত্তা-পদত, আরু বাবিলত থকা সকলো বিদ্বান লোকর ওপরত প্রধান বিষয়াবাবত নিযুক্ত করিলে। [49] পাছে দানিয়েলে রজার আগত নিবেদন করিলত, রজাই চদ্রক, মৈচক, আরু অবেদ্-নগোক বাবিল প্রদেশর রাজকার্য্যত নিযুক্ত করিলে; কিন্তু দানিয়েল রাজদুবারত থাকিছিল।

দানিয়েলর তিনি জন বন্ধুক অগ্নিকুণ্ডত পেলোৱা।

৩ রজা নবূখদ্নেচরে বাইঠ হাত ওখ আরু ছহাত বহল এনে এক সোণর মূর্ত্তি সাজি, বাবিল প্রদেশর দূরা নামেরে সমথলত স্থাপন করিলে। [2] পাছে রজা নবূখদ্নেচরে সেই যি মূর্ত্তি স্থাপন করিছিল, তার প্রতিষ্ঠা করিবলৈ আহিবর নিমিত্তে, ক্ষিতিপাল, প্রতিনিধি, দেশাধ্যক্ষ, প্রধান বিচারকর্ত্তা, রাজভঁরালী, ব্যবস্থাপক, বিচারকর্ত্তাবিলাক, আরু প্রদেশবোরর আন আন আটাই বিষয়াক গোটাই আনিবলৈ নবূখদ্নেচরে মানুহ পঠালে। [3] পাছে ক্ষিতিপাল, প্রতিনিধি, দেশাধ্যক্ষ, প্রধান বিচারকর্ত্তা, রাজভঁরালী, ব্যবস্থাপক, বিচারকর্ত্তাবিলাক, আরু প্রদেশবোরর আন আন আটাই বিষয়াই, রজা নবূখদ্নেচরে স্থাপন করা সেই মূর্ত্তির প্রতিষ্ঠা করিবলৈ গোট খালে, আরু নবূখদ্নেচরে স্থাপন করা মূর্ত্তির আগত থিয় হল। [4] তেতিয়া ঘোষণাকারীয়ে রিঙিয়াই কলে, হে সকলো জাতির, দেশর, আরু ভাবার লোকবিলাক, [5] তোমালোকলৈ এই আজ্ঞা হৈছে, যে, যি সময়ত তোমালোকে শিঙ্গা, বাঁহী, বীণা, চেরেন্দা, চেতার, আরু মৃদঙ্গ আদি নানাবিধ বাদ্যযন্ত্রর বাদ্য শুনিবা, তেতিয়াই নবূখদ্নেচর রজাই স্থাপন করা সোণর মূর্ত্তিক উবুরি হৈ পড়ি সেৱা করিবা; [6] যেয়ে উবুরি হৈ পড়ি সেৱা নকরিব, তাক সেই মুহূর্ত্ততে প্রজ্বলিত অগ্নিকুণ্ডত পেলোৱা হব। [7] এতেকে আটাই জাতির লোকবিলাকে যেতিয়া শিঙ্গা, বাঁহী, বীণা, চেরেন্দা, আরু চেতার আদি নানাবিধ বাদ্যযন্ত্রর বাদ্য শুনিলে, তেতিয়া সকলো জাতির, দেশর, আরু ভাবার লোকবিলাকে উবুরি হৈ

পড়ি, নবূখদ্‌নেচর রজাই স্থাপন করা সোণর মূর্ত্তিক সেবা করিলে। [৮] ইয়াতে সেই সময়ত কেইজনমান কল্‌দীয়া মানুহে ওচরলৈ আহি যিহুদীবিলাকর অহিতে চুক্লি লগালে। [৯] সিহঁতে রজা নবূখদ্‌নেচরর আগত কলে, মহারাজ চির-জীবী হওক। [১০] হে মহারাজ, আপুনি এই আজ্ঞা করিছিল, যে, যি জনে শিঙ্গা, বাঁহী, বীণা, চেরেন্দা, চেতার, আরু মৃদঙ্গ আদি নানা-বিধ বাদ্যযন্ত্রর বাদ্য শুনিব, সি উবুরি হৈ পড়ি সেই সোণর মূর্ত্তিক সেবা করিব; [১১] কিন্তু যি জনে উবুরি হৈ পড়ি সেবা নকরিব, তাক প্রজ্বলিত অগ্নিকুণ্ডত পেলোবা হব। [১২] বাবিল প্রদেশর রাজকার্য্যত আপুনি নিযুক্ত করা চদ্রক, মৈচক, আরু অবেদ-নগো নামেরে কেইজন-মান যিহুদী আছে; হে মহারাজ, সেই মানুহ কেইজনে আপোনাক নেমানে, আপোনার দেবতাবিলাকক সেবা নকরে, আরু আপুনি স্থাপন করা সোণর মূর্ত্তিকো পূজা নকরে। [১৩] ইয়াকে শুনি নবূখদ্‌নেচরে ক্রোধ আরু কোপত, চদ্রক, মৈচক, আরু অবেদ-নগোক আনিবলৈ আজ্ঞা করিলে। তাতে সেই কেই-জনক রজার ওচরলৈ নিয়া হলত, [১৪] নবূখদ্‌-নেচরে সিবিলাকক উত্তর দি কলে, হে চদ্রক, মৈচক, আরু অবেদ্‌-নগো, তোমালোকে যে মোর দেবতাক সেবা করা নাই, ময় স্থাপন করা সোণর মূর্ত্তিক-পূজা করা নাই, তাক তোমালোকে জানি শুনি করা নাই নে? [১৫] এতিয়াও যদি তোমালোকে শিঙ্গা, বাঁহী, বীণা, চেরেন্দা, চেতার, আরু মৃদঙ্গ আদি নানাবিধ বাদ্যযন্ত্রর বাদ্য শুনা কালত, ময় সজা সোণর মূর্ত্তিক উবুরি হৈ পড়ি সেবা করিবলৈ যুগুত হোবাঁহঁক, তেন্তে ভালেই; কিন্তু যদি তোমা-লোকে সেবা নকরাঁহঁক, তেন্তে সেই মুহূর্ত্ততেই তোমালোকক প্রজ্বলিত অগ্নিকুণ্ডত পেলোবা হব; মোর হাতর পরা তোমালোকক উদ্ধার করিব পরা কোন দেবতা আছে? [১৬] তেতিয়া চদ্রক, মৈচক, আরু অবেদ্‌-নগোবে রজাক উত্তর দি কলে, হে নবূখদ্‌নেচর, আপোনাক এই কথার উত্তর দিয়া আমার অপ্রয়োজন। [১৭] আমি যি জনার সেবা করোঁ, আমার সেই ঈশ্বর প্রজ্বলিত অগ্নিকুণ্ডর পরা আমাক উদ্ধার করিবলৈ সমর্থ, আরু হে মহারাজ, আপোনার হাতর পরা তেওঁ আমাক উদ্ধার করিলেও করিব পারে; [১৮] যদি নকরেও, তথাপি, হে মহারাজ, আপুনি জানিব, যে, আমি আপোনার দেবতাবোরক সেবা নকরিম, আপুনি স্থাপন করা সোণর মূর্ত্তিক পূজা নকরিম। [১৯] তেতিয়া নবূখদ্‌নেচরে ক্রোধেরে পরিপূর্ণ হৈ চদ্রক, মৈচক, আরু অবেদ্‌-নগোর অহিতে মুখ বিক-টাই, অগ্নিকুণ্ড নিয়মিত পরিমাণতকৈ সাত গুণ প্রজ্বলিত করিবলৈ আজ্ঞা দিলে। [২০] আরু তেওঁ আপোনার সৈন্যর মাজর কেতবিলাক বলী মানুহক চদ্রক, মৈচক, আরু অবেদ-নগোক বান্ধি প্রজ্বলিত অগ্নিকুণ্ডত পেলাবলৈ আজ্ঞা দিলে। [২১] তেতিয়া সেই কেইজনক বান্ধি আপোন আপোন পাইজামা, চোলাঁ, জামা আদি পোচাকে সৈতে অগ্নিকুণ্ডত পেলাই দিয়া হল। [২২] পাছে রজার আজ্ঞা অতি ততাতৈয়া আরু অগ্নিকুণ্ড অতিশয় তপত হোবাত, চদ্রক, মৈচক, আরু অবেদ-নগোক পেলাবলৈ নিয়া মানুহ কেইজনেই অগ্নিশিখাত হত হল; [২৩] আরু চদ্রক, মৈচক, আরু অবেদ-নগো, এই তিনি জন লোক বন্ধনেরে অগ্নিকুণ্ডর ভিতরত পড়িল। [২৪] পাছে রজা নবূখদ্‌নেচরে বিস্ময় মানি বেগাই উঠি আপোনার মন্ত্রীবিলাকক কলে, আমি তিনি জন পুরুষক জানো বান্ধি অগ্নির মাজত পেলোবা নাই? সিবিলাকে উত্তর করি কলে, হয়, মহারাজ। [২৫] তেতিয়া রজাই উত্তর দি কলে, দেখা, ময় চারি জন মানুহ দেখিছোঁ; সিবিলাকে মুকলি হৈ জুইর মাজত অহাযোবা করিছে, সিবিলাকে একো দুঃখ পোবা নাই; আরু চতুর্থ জনর আকৃতি দেবপুত্রর নিচিনা। [২৬] তেতিয়া নবূখদ্‌নেচরে সেই প্রজ্বলিত অগ্নি-কুণ্ডর দুবারর ওচরলৈ গৈ কলে, হে সর্ব্বোপরি ঈশ্বরর দাস চদ্রক, মৈচক, আরু অবেদ-নগো, ওলাই আহাঁ; তাতে চদ্রক, মৈচক, আরু অবেদ-নগো অগ্নির মাজর পরা ওলাই আহিল। [২৭] পাছে ক্ষিতিপাল, প্রতিনিধি, দেশাধ্যক্ষ, আরু রাজমন্ত্রীবিলাকে গোট খাই সেই তিনি জন লোকক চাই দেখিলে, যে, অগ্নিয়ে সিবিলা-কর শরীর একো করিব পরা নাই, সিবিলাকর মূরর চুলিও অকনকে পোরা নাই, বস্ত্রও বিকৃত

হোৱা নাই, আৰু গাত অগ্নির গন্ধও নাই। [২৮] তেতিয়া নবূখদ্‌নেচরে এই কথা কলে, চদ্রক, মৈচক, আৰু অবেদ-নগোর যি জনা ঈশ্বরে আপোন দূত পঠাই আপোনার দাসবিলাকক রক্ষা করিলে, তেওঁ ধন্য; সিবিলাকে তেওঁত বিশ্বাস করি রাজাজ্ঞা লঙ্ঘন করিলে, আৰু আপোনাবিলাকর ঈশ্বরর বাহিরে আন দেৱতাক যেন সেৱাপূজা করিব লগীয়া নহয়, এই নিমিত্তে আপোন আপোন শরীর সোধাই দিলে। [২৯] এতেকে ময় এই আজ্ঞা দিছোঁ, যে, সকলো জাতির, দেশর, আৰু ভাষার যি লোকবিলাকে চদ্রক, মৈচক, আৰু অবেদ-নগোর ঈশ্বরর অহিতে কোনো ভ্রান্তির কথা কব, সিহঁতক ডোখরডোখরকৈ কটা যাব, আৰু সিহঁতর ঘর গোবরর দ'ম যেন করা হব; কিয়নো এই দরে উদ্ধার করিব পরা আন কোনো দেৱতা নাই। [৩০] তেতিয়া রজাই চদ্রক, মৈচক, আৰু অবেদ-নগোক বাবিল প্রদেশর আৰু ওখ পদলৈ নিলে।

নবূখদ্‌নেচর রজা বলীয়া হৈ যোৱার বিষয়।

৪ গোটেই পৃথিবীত থকা সকলো জাতির, দেশর, আৰু ভাষার লোকবিলাকলৈ নবূখদ্‌নেচর রজার জাননী। তোমালোকলৈ অতিশয় কুশল হওক। [২] সর্ব্বোপরি ঈশ্বরে মোত যি যি অদ্ভুত লক্ষণ আৰু আশ্চরিত কার্য্য দেখুৱালে, সেই সকলোকে ময় প্রচার করা উচিত বুজিলোঁ। [৩] তেওঁর অদ্ভুত লক্ষণবোর কেনে মহৎ! আৰু তেওঁর আশ্চরিত কার্য্যবোর কেনে গুরুতর! তেওঁর রাজ্য চিরকলীয়া রাজ্য, আৰু তেওঁর রাজ-শাসন পুরুষানুক্রমে থাকে।

[৪] ময় নবূখদ্‌নেচরে আপোন ঘরত শান্তিরে আৰু আপোন রাজগৃহত কুশলে আছিলোঁ, [৫] এনে সময়ত ময় এটা ভয় লগা সপোন দেখিলোঁ; আৰু ময় শয়ন করা কালত নানা চিন্তা আৰু মানসিক দর্শনে মোক ব্যাকুল করিলে। [৬] এই হেতুকে সেই সপোনর ফলিতা মোক জনাবর নিমিত্তে বাবিলর সকলো বিদ্বান লোকক মোর ওচরলৈ আনিবলৈ ময় আজ্ঞা করিলোঁ। [৭] পাছে শাস্ত্রজ্ঞ, গণক, কল্‌দীয়া, আৰু জ্যোতিষীয়াবিলাক মোর ওচরলৈ আহি-লত, ময় সিবিলাকর আগত সেই সপোন কলোঁ; কিন্তু সিবিলাকে মোক তার ফলিতা কব নোৱারিলে। [৮] শেষত মোর দেৱতার নাম অনুসারে যার নাম বেল্‌টচ্ছর, আৰু যার অন্তরত পবিত্র দেৱতাবিলাকর আত্মা আছে, সেই দানিয়েল মোর আগলৈ আহিলত, ময় তেওঁর আগত মোর সপোন কলোঁ, যে, [৯] হে শাস্ত্রজ্ঞবিলাকর প্রধান অধ্যক্ষ বেল্‌টচ্ছর, ময় জানিছোঁ, তোমাত পবিত্র দেৱতাবিলাকর আত্মা আছে, আৰু কোনো নিগূঢ় বাক্য তোমালৈ টান নহয়; এই হেতুকে, ময় সপোনত যি যি দেখিলোঁ, সেইবোর, বিশেষকৈ তার ফলিতা মোক বুজুৱা। [১০] শয়ন করা কালত মোর মানসিক দর্শন এই, ময় চাই দেখিলোঁ, যে, পৃথিবীর মাজত এজোপা গছ উৎপন্ন হল, সি অতিশয় ওখ। [১১] সেই গছ বাঢ়ি অতি শকত হল, আৰু ওখই আকাশ ঢুকি পোৱা হল, আৰু গোটেই পৃথিবীর অন্তর পরা তাক দেখা গল। [১২] তার পাতবোর সুন্দর, তার গুটি অধিক, আৰু সকলোরে নিমিত্তে তাত খোৱা বস্তু আছিল; তার তলত বনরীয়া জন্তুবোরে ছাঁ লৈছিল, তার ডালবোরত আকাশর পক্ষী-বোরে বাহ লৈছিল, আৰু সকলো প্রাণীয়ে তার পরা আহার পাইছিল। [১৩] ময় শয়ন করা কালত মানসিক দর্শনত চাই দেখিলোঁ, যে, এজন প্রহরী অর্থাৎ এজন পবিত্র লোক স্বর্গর পরা নামি আহিল। [১৪] তেওঁ রিঙিয়াই কলে, তোমালোকে গছজোপা কাটা, তার ডালবোর কাটি পেলোৱা, তার পাতবোর চুচি পেলোৱা, আৰু তার গুটিবোর সিচরতি করি পেলোৱা; তার তলর পরা জন্তুবোর, আৰু তার ডালবোরর পরা পক্ষীবোর পলাই যাওক। [১৫] কিন্তু তোমা-লোকে তার মূঢ়াটো লোহা আৰু পিত্তলর শিকলিরে বান্ধি মাটিত পথারর কুমলীয়া ঘাঁহর মাজত রাখা। সি আকাশর নিয়রত তিতোক; আৰু পশুবোরর লগত পৃথিবীর ঘাঁহত তার ভাগ হওক। [১৬] তার মনুষ্যহৃদয় নেথাকি সলনি হওক, তাক পশুর হৃদয় দিয়া হওক, আৰু তার ওপরত সাত কাল যাওক। [১৭] মনুষ্য-বিলাকর রাজ্যত সর্ব্বোপরিজনাই যে শাসন করে, আৰু যাকে তাক দিবলৈ ইচ্ছা করে, তাকে

তাক দিয়ে, আরু মানুহবিলাকর মাজত অতি নীহ লোককো তার ওপরত নিযুক্ত করে, এই সকলোকে জীয়াই থকা লোকবিলাকে জানিবর নিমিত্তে, প্রহরীবিলাকর আদেশেরে এই দণ্ডাজ্ঞা হৈছে, আরু পবিত্রবিলাকর বাক্যেরে এই হুকুম হৈছে। [১৮] মর নবূখদ্‌নেচর রজাই এই সপোন দেখিলোঁ; এতিয়া হে বেল্‌টচ্চর, তুমি ইয়ার ফলিতা কোৱা; কিয়নো মোর রাজ্যত থকা কোনো বিদ্বান লোকে মোক ইয়ার ফলিতা কব পরা নাই; কিন্তু তুমি কব পারিবা, কিয়নো তোমার অন্তরত পবিত্র দেৱতাবিলাকর আত্মা আছে।

[১৯] তেতিয়া বেল্‌টচ্চর নামেরে প্রখ্যাত দানিয়েলে অলপ বেলি তধা লাগি চিন্তাত ব্যাকুল হল। তাতে রজাই উত্তর দি কলে, হে বেল্‌টচ্চর, সেই সপোন আরু তার ফলিতাই তোমাক ব্যাকুল নকরোক। বেল্‌টচ্চরে উত্তর দি কলে, হে মোর প্রভো, আপোনাক ঘিণ করোঁতাবোরলৈ এই সপোন, আরু আপোনার বৈরীবোরলৈ ইয়ার ফলিতা হওক। [২০] আপুনি দেখা যি গছ বাঢ়ি শকত হল, ওখই আকাশ ঢুকি পোৱা হল, আরু পৃথিবীর সকলো ঠাইর পরা তাক দেখা গল, [২১] যার পাত সুন্দর আরু যার গুটি অধিক আছিল, যিহত সকলোরে নিমিত্তে খোৱা বস্তু আছিল, যার তলত বনরীয়া জন্তুবোরে বাস করিছিল, আরু যার ডালবোরত আকাশর পক্ষীবোরে বাহ লৈছিল, হে মহারাজ, সেই গছজোপা আপুনিয়েই। [২২] আপুনি বাঢ়ি বলবান হৈছে; কিয়নো আপোনার মহিমা বাঢ়ি আকাশ ঢুকি পোৱা হল; আরু আপোনার রাজত্ব পৃথিবীর অন্তলৈকে হল। [২৩] আরু রজাই দেখিছিল, যে, এজন প্রহরী অর্থাৎ পবিত্র লোকে স্বর্গর পরা নামি আহি কলে, "তোমালোকে গছজোপা কাটি পেলাই নষ্ট করা; কিন্তু তার মুঢ়াটো লোহা আরু পিত্তলর শিকলিরে বান্ধি মাটিত পথারর কুমলীয়া ঘাঁহর মাজত রাখা; তাতে, সাত কাল নেযায়মানে, সি আকাশর নিয়রত তিতিব, আরু পথারর পশুবোরর লগত তার ভাগ হব।" [২৪] হে মহারাজ, ইয়ার ফলিতা এই, মোর প্রভু মহারাজলৈ যি ঘটিব, সেয়ে সর্ব্বোপরিজনার আজ্ঞা। [২৫] মনুষ্যবিলাকর রাজ্যত যে সর্ব্বোপরিজনাই শাসন করে, আরু যাকে তাক দিবলৈ ইচ্ছা করে, তাকে তাক দিয়ে, আপুনি ইয়াক নজনালৈকে মনুষ্যসমাজর পরা দূরীকৃত হৈ পথারর পশুবোরর লগত বাস করিব, গরুর নিচিনাকৈ আপোনাক ঘাঁহ খুউৱা হব, আপুনি আকাশর নিয়রত তিতিব, আরু আপোনার ওপরত সাত কাল যাব। [২৬] কিন্তু গছর মুঢ়াটো যে রাখিবর আজ্ঞা হৈছিল, তার অর্থ এই, স্বর্গই যে রাজশাসন করে, ইয়াক আপুনি জনার পাছে আপোনার হাতত আপোনার রাজ্য থির হব। [২৭] এই হেতুকে, হে মহারাজ, মোর পরামর্শ আপোনার আগত গ্রাহ্য হওক; আপুনি ধর্ম্মেরে আপোনার পাপবোরর পরা, আরু দুঃখীয়াক দয়া করি আপোনার অপরাধবোরর পরা আপোনাকে মুক্ত করোক; তাতে কিজানি আপোনার শান্তিকাল দীঘল হব। [২৮] পাছে সেই সকলোরেই রজা নবূখদ্‌নেচরত ফলিয়ালে। [২৯] বার মাহর শেষত বাবিলর রাজগৃহর চালত তেওঁ অহাযোৱা করিছিল, এনে সময়ত রজাই মাত লগাই কলে; [৩০] মর আপোন বলর প্রভাবত, আরু আপোন রাজশ্রীর দ্বারায় সন্মান পাবর অর্থে রাজধানীর নিমিত্তে সজা এইখন জানো মহাবাবিল নহয়? [৩১] রজাই এই কথা কৈ থাকোঁতেই, এই আকাশী বাণী হল, যে, হে নবূখদ্‌নেচর রজা, তোমার বিষয়ে আজ্ঞা দিয়া হল; তোমার পরা তোমার রাজত্ব গল। [৩২] মনুষ্যবিলাকর রাজ্যত যে সর্ব্বোপরিজনাই শাসন করে, আরু যাকে তাক দিবলৈ ইচ্ছা করে, তাকে তাক দিয়ে, তুমি ইয়াক নজনালৈকে মনুষ্যসমাজর পরা দূরীকৃত হৈ পথারর পশুবোরর লগত বাস করিবা, গরুর নিচিনাকৈ তোমাক ঘাঁহ খুউৱা হব, আরু তোমার ওপরত সাত কাল যাব। [৩৩] সেই মুহূর্ত্ততে নবূখদ্‌নেচরত সেই কথা ফলিয়ালে; তেওঁ মনুষ্যসমাজর পরা দূরীকৃত হৈ গরুর নিচিনাকৈ ঘাঁহ খালে, আরু তেওঁর শরীর আকাশর নিয়রত তিতিল; এই অবস্থাত থাকোঁতে তেওঁর নোম কুরর পক্ষীর পাখির নিচিনাকৈ, আরু তেওঁর নখ চরাইর নখর নিচিনাকৈ বাঢ়িল। [৩৪] পাছে সেই কালর শেষত মর নবূখদ্‌নেচরে স্বর্গলৈ

দৃষ্টি করিলত, মোর জ্ঞান মোলৈ উলটি আহিল; তাতে মই সর্ব্বোপরিস্থনার ধন্যবাদ করিলোঁ, আরু অনন্ত কাললৈকে জীয়াই থকা জনার প্রশংসা আরু তেওঁক সমাদর করিলোঁ; কিয়নো তেওঁর রাজশাসন চিরকলীয়া রাজশাসন, আরু তেওঁর রাজ্য পুরুষানুক্রমে থাকে। [৩৫] আরু তেওঁর সাক্ষাতে আটাই পৃথিবী-নিবাসী একো নোহোবার নিচিনা গণিত হৈছে; তেওঁ স্বর্গর বাহিনীবিলাকর আরু পৃথিবী-নিবাসীবিলাকর মাজত আপোন ইচ্ছা অনুসারে কার্য্য করে; তেওঁর হাত রাখিব পরা, নাইবা, তুমি কি করিছা বুলি তেওঁক কব পরা কোনো নাই। [৩৬] সেই সময়তে মোর জ্ঞান মোলৈ উলটি আহিল, আরু মোর রাজ্যর গৌরবর অর্থে মোর রাজশ্রী আরু মোর শোভা মোলৈ ঘুরি আহিল; মোর মন্ত্রী আরু মহৎ লোকবিলাকে মোর লগত সাক্ষাৎ করিবলৈ বিচারিলে; মই আপোন রাজ্যত পুনরায় স্থাপিত হলোঁ, আরু মোর মহিমা অতিশয় অধিকরূপে বাঢ়িল। [৩৭] এতিয়া মই নবূখদ্‌নেচরে সেই স্বর্গর রজার প্রশংসা, গুণ-কীর্ত্তন, আরু তেওঁক সমাদর করিছোঁ; কিয়নো তেওঁর সকলো কার্য্য সত্য, আরু তেওঁর পথবোর ন্যায়, আরু গর্ব্ব-আচরণ করোঁতাবোরক খর্ব্ব করিবলৈ তেওঁর ক্ষমতা আছে।

বেল্‌চচর রজার ভোজ, আরু বাবিল রাজ্যর পতন।

৫ এদিন বেল্‌চচর রজাই আপোনার এক হাজার প্রধান লোকক এটা বড় ভোজ দিলে, আরু সেই এক হাজার লোকর সাক্ষাতে দ্রাক্ষারস পান করিলে। [২] পাছে বেল্‌চচরে দ্রাক্ষারস পান করি থাকোঁতে, যিরূচালেমত থকা মন্দিরর পরা আপোন পিতৃ নবূখদ্‌নেচরে অনা সোণর আরু রূপর পাত্রবোরত রজা আরু তেওঁর প্রধান লোকবিলাকে, তেওঁর পত্নী আরু উপপত্নীবিলাকে পান করিবর অর্থে, সেই পাত্রবোর আনিবলৈ আজ্ঞা করিলে। [৩] তেতিয়া, যিরূচালেমত থকা মন্দির ঈশ্বরর গৃহর পরা অনা সেই সোণর পাত্রবোর নিয়া হলত, রজা আরু তেওঁর প্রধান লোকবিলাকে, তেওঁর পত্নী আরু উপপত্নীবিলাকে সেইবোরত পান করিলে। [৪] সিবিলাকে দ্রাক্ষারস পান করি করি সোণ, রূপ, পিত্তল, লোহা, কাঠ, আরু শিলর দেৱতাবোরর প্রশংসা করিলে। [৫] সেই মুহূর্ত্ততে এজন মানুহর হাতর আঙুলি ওলাই, রাজগৃহর দেৱালত লিপা চূণর ওপরত, ওলোমাই থোৱা প্রদীপর আগত লিখিলে, আরু যি হাতে লিখিছিল, রজাই তার আগ ভাগ দেখিলে। [৬] তাতে রজার মুখ বিবর্ণ হল, তেওঁ চিন্তাত ব্যাকুল হল, তেওঁর কঁকালর জোরা ঢিলা হৈ গল, আরু তেওঁর আঁঠুত আঁঠু লাগিবলৈ ধরিলে। [৭] রজাই বড় মাতেরে গণক, কল্‌দীয়া, আরু জ্যোতিষীয়া লোকবিলাকক আনিবলৈ আজ্ঞা করিলে। রজাই বাবিলর বিদ্বানবিলাকক কলে, যি কোনো মানুহে এই লিখা কথা পাঠ করিব আরু ইয়ার অর্থ মোক জনাব, তাক বেঙেনা বরণীয়া সাজেরে সজোৱা হব, তার ডিঙিত সোণর হার দিয়া হব, আরু সি রাজ্যর তৃতীয় শ্রেণীর বিষয়া হব। [৮] তাতে রজার আটাই বিদ্বান লোক ভিতর সোমাল; কিন্তু সিবিলাকে সেই লিখা কথা পাঠ করিব বা রজাক তার অর্থ জনাব নোৱারিলে। [৯] তেতিয়া বেল্‌চচর রজা অতিশয় ব্যাকুল হল, তেওঁর মুখ বিবর্ণ হল, আরু তেওঁর প্রধান লোকবিলাকো বিহ্বল হল। [১০] পাছে রজার আরু তেওঁর প্রধান লোকবিলাকর সেই কথা শুনি রাণী ভোজর ঘরলৈ আহিল। রাণীয়ে কলে, বোলে, মহারাজ চিরজীবী হওক; আপুনি চিন্তাত ব্যাকুল নহব, আরু আপোনার মুখ বিবর্ণ নহওক। [১১] পবিত্র দেৱতাবিলাকর আত্মা থকা এজন পুরুষ আপোনার রাজ্যর মাজত আছে; আপোনার পিতৃর দিনত তেওঁত বুদ্ধি, বিবেচনা, আরু দেৱতাবিলাকর জ্ঞানর নিচিনা জ্ঞান পোৱা গৈছিল। আপোনার পিতৃ নবূখদ্‌নেচর রজাই, হয় মহারাজ, আপোনার পিতৃয়ে তেওঁক শাস্ত্রজ্ঞ, গণক, কল্‌দীয়া, আরু জ্যোতিষীয়াবিলাকর অধ্যক্ষ নিযুক্ত করিছিল; [১২] কিয়নো তেওঁর অন্তরত উত্তম আত্মা, জ্ঞান, বুদ্ধি, আরু সপোনর ফলিতা কব পরা, নিগূঢ় বাক্য জনাব পরা, আরু সংশয় দূর করিব পরা গুণ পোৱা গৈছিল; তেওঁর নাম দানিয়েল, রজাই

যিহোবার গৃহর বিরুদ্ধে কুরর পক্ষীর নিচিনাকৈ শত্রু আহিছে; কিয়নো লোকবিলাকে মোর নিয়মটী লঙ্ঘন করিলে, আরু মোর ব্যবস্থার অহিতে অধর্ম্ম-আচরণ করিলে। [২] সিবিলাকে মোর আগত কাতরোক্তি করি কব, হে মোর ঈশ্বর, আমি ইস্রায়েলে তোমাক জানো। [৩] যি উত্তম, ইস্রায়েলে তাক দলিয়াই পেলালে; শত্রুবে তার পাছে পাছে খেদি যাব। [৪] সিবিলাকে মোর অনুমতি নোলোৱাকৈ রজা পাতিলে; সিবিলাকে ময় নজনাকৈ অধিপতি নিযুক্ত করিলে; উচ্ছন্ন হবলৈ সিবিলাকে আপোনাবিলাকর সোণ আরু রূপেরে আপোনাবিলাকর নিমিত্তে মূর্ত্তি সাজিলে। [৫] হে চমরিয়া, তোমার দামুরির মুর্ত্তি ঘিণলগীয়া; সিবিলাকর বিরুদ্ধে মোর ক্রোধ প্রজ্বলিত হল; সিবিলাক নির্দ্দোষী হবলৈ কিমান কাল লাগিব? [৬] কিয়নো ইস্রায়েলর পরা সেইটোও হৈছে; শিল্পকরে তাক সাজিলে, কিন্তু সি ঈশ্বর নহয়; স্বরূপেই, চমরিয়ার দামুরির মূর্ত্তিটো ডোখর-ডোখরকৈ ভঙ্গা হব। [৭] কিয়নো সিবিলাকে বায়ুরূপ গুটি বৈছে, আরু বামারলি বতাহরূপ গুটি দাব; সেইবোরর গোচা নধরিব, বা চেঁইত চাউল নধরিব, বা চাউল ধরিলেও বিদেশীবোরে তাক গ্রাস করিব। [৮] ইস্রায়েলক গ্রাস করা হল; সম্প্রতি সিবিলাক জাতিবিলাকর মাজত, লোকে ভাল নোপোৱা এটী পাত্রর নিচিনা হল। [৯] কিয়নো সিবিলাক অকলসরীয়া বনরীয়া গাধর নিচিনাকৈ অচূরলৈ উঠি গল; ইফ্রয়িমে প্রেমকারীবোরক বেচ দিলে। [১০] যদিও সিবিলাকে জাতিবিলাকর মাজত লোকবিলাকক বেচ দিলে, তথাপি ময় অলপতে সিবিলাকক গোটাই লৈ যাম; সিবিলাক রাজাধিরাজর শাসনভারত তাকর হবলৈ ধরিব। [১১] ইফ্রয়িমে পাপ করিবলৈ অনেক যজ্ঞবেদি সাজিলে; এই হেতুকে যজ্ঞবেদিবোর তালৈ পাপজনক হল। [১২] যদিও ময় তার নিমিত্তে মোর ব্যবস্থার দহ হাজার কথা লিখোঁ, তথাপি সেইবোর বিজাতীয় কথা বুলি গণ্য হব। [১৩] উপহারস্বরূপে দিয়া মোর বলিবোরর বিষয়ে হলে, সিবিলাকে মাংস উৎসর্গ করি খায় হয়, কিন্তু যিহোবাই সিবিলাকক গ্রহণ নকরে। তেওঁ এতিয়া সিবিলাকর অপরাধ সোঁৱরণ করি সিবিলাকর পাপর প্রতিফল দিব; সিবিলাক পুনরায় মিচরলৈ যাব। [১৪] কিয়নো ইস্রায়েলে আপোন সৃষ্টিকর্ত্তাক পাহরি ঠায়ে ঠায়ে রাজগৃহ সাজিলে, আরু যিহূদাই গড়েরে আবৃত নগরর সংখ্যা বৃদ্ধি করিলে; কিন্তু ময় তার নগরবোরত জুই লগাম, আরু সেয়ে তার অট্টালিকাবোর গ্রাস করিব।

আপদ আহিব দেখি আনন্দ করিবলৈ নিষেধ করা।

৯ হে ইস্রায়েল, জাতিবিলাকর নিচিনাকৈ তুমি উল্লাসেরে আনন্দ নকরিবা; কিয়নো তুমি আপোন ঈশ্বরর পরা আঁতরি গৈ বেশ্যাকর্ম্ম করিছা, আরু মরণা মরা প্রত্যেক খলাত ভার বেচ ভাল পাইছা। [২] মরণা মরা খলাই আরু দ্রাক্ষাকুণ্ডই সিবিলাকর পেট নভরাব, আরু নতুন দ্রাক্ষারসে সিবিলাকক বঞ্চিত করিব। [৩] সিবিলাকে যিহোবার দেশত বাস নকরিব; কিন্তু ইফ্রয়িম মিচরলৈ উলটি যাব, আরু সিবিলাকে অচূরত অশুচি আহার খাব। [৪] সিবিলাকে যিহোবার উদ্দেশে দ্রাক্ষারস ঢালিবলৈ নেপাব, আরু সিবিলাকর বলিদানবোর তেওঁর সন্তোষজনক নহব; সেইবোর সিবিলাকলৈ শোক করোঁতাবোরর আহারস্বরূপ; সেইবোর খোৱা আটাইবিলাক অশুচি হব। কিয়নো সিবিলাকর আহার, সিবিলাকর ভোক গুচাবর নিমিত্তেহে হব; সেয়ে যিহোবার গৃহলৈ নাহিব। [৫] তোমালোকে পর্ব্বর দিনা, যিহোবার উৎসবর দিনা কি করিবা? [৬] কিয়নো দেখা, সিবিলাকে আপোনাবিলাকর উচ্ছন্ন হোৱা দেশ এরি গুচি গল; কিন্তু মিচরে সিবিলাকক পরলোকলৈ গোটাব, মোফে সিবিলাকক মৈদাম দিব; সিবিলাকর রূপর মনোহর বস্তুবোর হলে চোরাত গছে অধিকার করিব, সিবিলাকর তাম্বুবোরত কাঁইট গছ গজিব। [৭] দণ্ড দিবর দিন উপস্থিত, প্রতিফলর দিন উপস্থিত, ইয়াক ইস্রায়েলে জানিব; তোমার অপরাধর বাহুল্যর কারণে, আরু শত্রুতা অধিক হোৱার নিমিত্তে ভাববাদী মূর্খ হল, আত্মা থকা লোক পাগল হল। [৮] মোর ঈশ্বরর দ্বারায় নিযুক্ত ইফ্রয়িমর

প্রহরী যি ভাববাদী, তেওঁর সকলো পথত হলে ব্যাধর ফান্দ থাকে; আরু তেওঁর ঈশ্বরর গৃহত শত্রুতা আছে। [৯] সিবিলাকে গিবিয়ার দিনর নিচিনাকৈ আপোনাবিলাকক অতিশয় ভ্রষ্ট করিলে; তেওঁ সিবিলাকর অপরাধ সোঁৱরণ করিব, সিবিলাকর পাপর প্রতিকার সাধিব। [১০] অরণ্যত পোৱা দ্রাক্ষাগুটির নিচিনাকৈ ময় ইস্রায়েলক পাইছিলোঁ, ডিমরু গছর প্রথমে পকা গুটির নিচিনাকৈ তোমালোকর পূর্ব্বপুরুষবিলাকক দেখা পাইছিলোঁ; কিন্তু সিবিলাকে বাল-পিয়োরর ওচরলৈ গৈ লাজ লগা বস্তুটোর উদ্দেশে আপোনাবিলাকক পৃথক করিলে, আরু সিবিলাকে প্রেম করা বস্তুটোর দরে সিবিলাক ঘৃণনীয় হল। [১১] ইফ্রয়িমর বিষয়ে হলে, সিবিলাকর গৌরব পক্ষীর নিচিনাকৈ উড়ি যাব; প্রসব, গর্ভ, কি গর্ভধারণ নহব। [১২] যদিও সিবিলাকে সন্তান ডাঙর-দীঘল করে, তথাপি এটী মানুহো অবশিষ্ট নথকাকৈ ময় সিবিলাকক সন্তানহীন করিম; কিয়নো ময় সিবিলাকর পরা আঁতর হৈ যোৱা সময়ত সিবিলাকর সন্তাপ হব। [১৩] ময় তূরক যেনেকুৱা দেখিলোঁ, তেনেকৈ ইফ্রয়িমো মনোহর ঠাইত স্থাপিত হল; কিন্তু ইফ্রয়িমে হত্যাকারীর ওচরলৈ আপোনার সন্তানবিলাকক উলিয়াই আনিব। [১৪] হে যিহোৱা, সিবিলাকক দিয়া; তুমি সিবিলাকক কি দিবা? সিবিলাকক গর্ভস্রাবী উদর আরু শুকান স্তন দিয়া। [১৫] গিল্গলত সিবিলাকর আটাই দুষ্টতা দেখা যায়; নিশ্চয়ে সেই ঠাইতেই সিবিলাকলৈ মোর ঘিণ লাগিল। সিবিলাকর দুষ্কর্ম্মর দুষ্টতার নিমিত্তে ময় মোর গৃহর পরা সিবিলাকক খেদি দিম, সিবিলাকক আরু স্নেহ নকরিম; সিবিলাকর আটাই প্রধান লোক বিদ্রোহী। [১৬] ইফ্রয়িমক প্রহার করা হল, সিবিলাকর শিপা শুকাল, সিবিলাকত আরু গুটী নেলাগিব; এনে কি, যদিও সিবিলাকে সন্তান জন্মায়, তথাপি ময় সিবিলাকর গর্ভর মরমর ফল মারি পেলাম। [১৭] মোর ঈশ্বরে সিবিলাকক অগ্রাহ্য করিব; কিয়নো সিবিলাকে তেওঁলৈ কাণ নিদিলে; আরু সিবিলাকে জাতিবিলাকর মাজত ভ্রমি ফুরিব।

দেৱপূজা অবিশ্বাস আদি ইস্রায়েলর দোষ, আরু সিবিলাকে পাব লগীয়া দণ্ড।

১০ ইস্রায়েল ফল-উৎপন্নকারী জকমকীয়া দ্রাক্ষালতাস্বরূপ; সি আপোনার ফলর বাহুল্য অনুসারে আপোনার যজ্ঞবেদি বৃদ্ধি করিলে; সিবিলাকে আপোনাবিলাকর দেশর উন্নতি অনুসারে উত্তম উত্তম স্তম্ভ সাজিলে। [২] সিবিলাকর মন দুফলীয়া; এতিয়া সিবিলাকে দণ্ড পাব। তেওঁ সিবিলাকর যজ্ঞবেদিবোর ভাঙিব, সিবিলাকর স্তম্ভবোর নষ্ট করিব। [৩] অবশ্যে সিবিলাকে এতিয়া কব, আমার রজা নাই, কিয়নো আমি যিহোৱাক ভয় নকরোঁ; যি রজা আছে, তেওঁ আমার নিমিত্তে কি করিব পারে? [৪] সিবিলাকে অনর্থক কথা কয়, নিয়ম স্থাপন করোঁতে মিছাকৈ শপথ করে; এই হেতুকে পথারর সিরলুত গজা বিহ গছর নিচিনাকৈ বিচার উৎপন্ন হৈছে। [৫] চমরিয়া-নিবাসীবিলাকে বৈৎ-আবনর দামুরি কেইটার বিষয়ে ভয় পাব; তার প্রজাবিলাকে তার নিমিত্তে শোক করিব, আরু গৌরব তার পরা গুচি যোৱা দেখি, তার ওপরত আনন্দ করা পুরোহিতবিলাকে তার গৌরবর কারণে শোক করিব। [৬] যুদ্ধকারী রজার উপহারস্বরূপে তাকো অচূরলৈ নিয়া যাব; ইফ্রয়িমে লাজ পাব, আরু ইস্রায়েল আপোন মন্ত্রণাত লজ্জিত হব। [৭] চমরিয়ার বিষয়ে হলে, তার রজা উচ্ছন্ন হল, পানীত উটি যোৱা ফেন এসোপার নিচিনা হল। [৮] আরু ইস্রায়েলর পাপজনক আবনর ওখ ঠাইবোরো বিনষ্ট হব, সেইবোরর যজ্ঞবেদির ওপরত কাঁইটীয়া বন আরু কাঁইট গছর হাবি হব; আরু সিবিলাকে পর্ব্বতবোরক কব, আমাক ঢাকা, আরু গিরিবোরক কব, আমার ওপরত পড়া। [৯] হে ইস্রায়েল, গিবিয়ার দিনরে পরা তুমি পাপ করি আহিছা; সিবিলাক যেন সেই ঠাইতহে আছে; অধর্ম্মর সন্তানবিলাকর অহিতে হোৱা যুদ্ধই জানো গিবিয়াত সিবিলাকক আক্রমণ নকরিব? [১০] যেতিয়াই মোর ইচ্ছা হয়, তেতিয়াই ময় সিবিলাকক শাস্তি দিম; সিবিলাকর দুটা অপরাধরূপ যুঁৱলিত সিবিলাক বন্ধ হবর সময়ত সিবিলাকর অহিতে জাতিবোরক গোটোৱা

হব। ১১ আৰু ইফ্ৰয়িম, মৰণা মাৰিবলৈ ভাল পোৱা বন লগোৱা, চেঁউৱী গৰুৰ নিচিনা; মই তাইৰ সুন্দৰ ডিঙিত যুঁৱলি দিম, ইফ্ৰয়িমক নাঙ্গল টনোৱাম; যিহুদাই নাঙ্গল টানিব, আৰু যাকোবে চপৰা ভাঙ্গিব। ১২ তোমালোকে আপোনাবিলাকৰ নিমিত্তে ধাৰ্ম্মিকতাত কঠিয়া বোৱা, আৰু দয়া অনুসাৰে দোৱা, আপোনাবিলাকৰ নিমিত্তে পতিত ভূমি চহোৱা; কিয়নো, যিহোৱাই আহি তোমালোকৰ ওপৰত ধাৰ্ম্মিকতাৰূপ বৃষ্টি নবৰ্ষোৱালৈকে, তেওঁক বিচাৰিবৰ সময় আছে। ১৩ তোমালোকে দুষ্টতাৰূপ ভূমি চহালা, অন্যায়ৰূপ শস্য দালা, আৰু প্ৰবঞ্চক ফল ভোজন কৰিলা; কিয়নো তুমি আপোন পথত আপোন বীৰবিলাকৰ বাহুল্যত বিশ্বাস কৰিলা। ১৪ এই নিমিত্তে তোমাৰ স্বজাতীয়বিলাকৰ মাজত কোলাহল উঠিব, আৰু যুদ্ধৰ দিনা চল্‌মনে বৈৎ-অৰ্বেলক নষ্ট কৰাৰ নিচিনাকৈ তোমাৰ আটাই দুৰ্গ নষ্ট কৰা হব; সেই সময়ত মাক আৰু সন্তানবিলাকক আচাৰি ডোখৰ ডোখৰ কৰা হৈছিল। ১৫ তোমালোকৰ অতি দুষ্টতাৰ কাৰণে বৈৎ-এলে তোমালোকলৈ ইয়াক ঘটাব; ইস্ৰায়েলৰ ৰজা অৰুণোদয়ত একেবাৰে উচ্ছন্ন হব।

### যিহোৱাৰ প্ৰেম, ইস্ৰায়েলৰ অকৃতজ্ঞতা, আৰু যিহোৱাৰ মঙ্গল-প্ৰতিজ্ঞা।

**১১** ইস্ৰায়েলৰ লৰা কালত মই তাক স্নেহ কৰিছিলোঁ, আৰু মিচৰৰ পৰা মোৰ পুত্ৰক মাতি আনিছিলোঁ। ২ ভাববাদীবিলাকে সিবিলাকক যিমানে মাতিছিল, সিমানে সিবিলাক তেওঁবিলাকৰ পৰা আঁতৰি গৈছিল; সিবিলাকে বাল দেৱতাবোৰৰ উদ্দেশে বলিদান কৰিছিল, আৰু কটা-মূৰ্ত্তিবোৰৰ নিমিত্তে ধূপ জ্বলাইছিল। ৩ তথাপি মই ইফ্ৰয়িমক খোজ কাঢ়িবলৈ শিকালোঁ, সিবিলাকক মোৰ কোলাত লওঁ; কিন্তু মই যে সিবিলাকক সুস্থ কৰিলোঁ, তাক সিবিলাকে নুবুজিলে। ৪ মই মানুহৰ যোগ্য ৰচিৰে, প্ৰেম-জৰীৰে সিবিলাকক টানি আনিলোঁ; আৰু মই সিবিলাকলৈ, ডিঙিৰ পৰা যুঁৱলিখন দাঙি গুচুউৱা মানুহ যেন হলোঁ, আৰু মই মৰম কৰি সিবিলাকক আহাৰ দিলোঁ। ৫ সি মিচৰ দেশলৈ উলটি নেযাব; কিন্তু অচূৰীয়া লোক তাৰ ৰজা হব, কিয়নো সিবিলাক উলটি আহিবলৈ অসম্মত হল। ৬ আৰু সিবিলাকৰ নগৰবোৰৰ ওপৰত তৰোৱাল পৰিব; সেয়ে সিবিলাকৰ ডাংবোৰ নষ্ট কৰিব, আৰু সিবিলাকৰ আলচৰ কাৰণে সিবিলাকক গ্ৰাস কৰিব। ৭ আৰু মোৰ প্ৰজাবিলাকে মোৰ পৰা অবাটে যাবলৈ মুখ কৰে; সিবিলাকক ওপৰত থকা জনাৰ ফাললৈ মাতিলেও কোনেও উধাবলৈ চেষ্টা নকৰে। ৮ হে ইফ্ৰয়িম, মই তোমাক কেনেকৈ ত্যাগ কৰিম? হে ইস্ৰায়েল, মই কেনেকৈ তোমাক সোধাই দিম? মই কেনেকৈ তোমাক অদ্মাৰ নিচিনা কৰিম? মই চবোয়ীমৰ অৱস্থাত তোমাক কেনেকৈ পেলাম? মোৰ হৃদয় মোৰ অন্তৰত বিকৃত হল, মোৰ মনত একেবাৰে প্ৰেমাগ্নি জ্বলিছে। ৯ মোৰ প্ৰচণ্ড ক্ৰোধ মই সিদ্ধ নকৰিম, মই ইফ্ৰয়িমক আকৌ বিনষ্ট নকৰিম; কিয়নো মই ঈশ্বৰ, মানুহ নহওঁ; মই তোমাৰ মাজত থকা পবিত্ৰ জনা; মই ক্ৰোধেৰে উপস্থিত নহম। ১০ সিবিলাকে যিহোৱাৰেই পাছত-চলিব; তেওঁ সিংহৰ নিচিনাকৈ গৰ্জ্জন কৰিব; হয়, তেওঁ গৰ্জ্জন কৰিলে পশ্চিম ফালৰ পৰা সন্তানবিলাক কঁপি কঁপি আহিব। ১১ সিবিলাকে কঁপি কঁপি, মিচৰ দেশৰ পৰা পক্ষীৰ নিচিনাকৈ, আৰু অচূৰ দেশৰ পৰা কপৌৰ নিচিনাকৈ আহিব; যিহোৱাই কৈছে, মই সিবিলাকক আপোন আপোন ঘৰত বাস কৰাম।

### ইস্ৰায়েলৰ ছল আৰু কপটতা।

১২ ইফ্ৰয়িমে মিছা কথাৰে, আৰু ইস্ৰায়েল-বংশই প্ৰবঞ্চনাৰে মোক বেৰিছে; আৰু যিহুদা এতিয়াও ঈশ্বৰৰ আগত, বিশ্বাসী পবিত্ৰ জনাৰেই আগত অস্থিৰ। **১২** ইফ্ৰয়িমে বায়ু আহাৰ কৰে, আৰু পূবৰ বতাহক খেদি যায়; সি অনবৰত মিছা কথা আৰু অত্যাচাৰ বঢ়ায়; সিবিলাকে অচূৰে সৈতে নিয়ম বান্ধে, আৰু মিচৰলৈ তেল পঠাই দিয়ে। ২ যিহুদাৰ ওপৰতো যিহোৱাৰ গোচৰ আছে; তেওঁ যাকোবক তাৰ আচৰণ অনুসাৰে দণ্ড দিব, তাৰ কাৰ্য্য অনুসাৰে তাক প্ৰতিফল দিব।

৩ গর্ভর ভিতরত যাকোবে আপোনার ককায়েকর গোরোৱাত ধরিছিল, আরু আপোন শক্তিরে ঈশ্বরর লগত যুদ্ধ করিছিল। ৪ এনে কি, তেওঁ দূতজনার লগত যুদ্ধ করি জয়ী হৈছিল; তেওঁ সেই জনার ওচরত কান্দিলে আরু মিনতি করিলে; যিহোৱাই তেওঁক বৈৎ-এলত পালে; সেই ঠাইত যিহোৱাই আমারে সৈতে কথাবার্ত্তা হল। ৫ তেওঁ যিহোৱা, বাহিনীবিলাকর ঈশ্বর; যিহোৱা তেওঁর নাম। ৬ এই হেতুকে তুমি আপোন ঈশ্বরলৈ ঘুরা, দয়া আরু ন্যায় বিচার পালন করা, আরু অনবরত আপোন ঈশ্বরলৈ অপেক্ষা করা।

৭ ইফ্রায়ম এজন বেপারী, তার হাতত প্রবঞ্চনার পাল্লা আছে; সি অত্যাচার করিবলৈ ভাল পায়। ৮ আরু ইফ্রয়িমে কৈছে, স্বরূপেই ময় চহকী হলোঁ, নিজর নিমিত্তে ময় ধন-সম্পত্তি পালোঁ; মোর সকলো পরিশ্রমত, লোকে পাপ বুলিব পরা মোর কোনো অপরাধ নেপাব। ৯ কিন্তু মিচর দেশর পরাই ময় তোমার ঈশ্বর যিহোৱা; ময় পর্ব্বদিনর নিচিনাকৈ পুনরায় তোমাক তাম্বুত বাস করাম। ১০ আরু ময় ভাববাদীবিলাকর আগত কথা কলোঁ, অনেক দর্শন দেখুৱালোঁ, আরু ভাববাদীবিলাকর দ্বারায় দৃষ্টান্ত-কথা ব্যৱহার করিলোঁ। ১১ গিলিয়দ অপরাধী নহয় নে? সিবিলাক সম্পূর্ণ অসার; গিল্গলত লোকবিলাকে ভতরা বলিদান করে, এনে কি, সিবিলাকর যজ্ঞবেদিবোর পথারর সিরলুত থকা শিলর দ'মর নিচিনা। ১২ যাকোব অরাম দেশলৈ পলাই গৈছিল; ইস্রায়েলে এজনী ভার্য্যার নিমিত্তে খাটনি খাটিছিল, এজনী ভার্য্যার নিমিত্তে মের রখিছিল। ১৩ যিহোৱাই এজন ভাববাদীর দ্বারায় মিচর দেশর পরা ইস্রায়েলক আনিছিল; এজন ভাববাদীর দ্বারায় সি প্রতিপালিত হৈছিল। ১৪ ইফ্রয়িমে যিহোৱাক অতিশয় বেজার দিলে; এই হেতুকে সি করা রক্তপাতর দোষ তেওঁ তার গাতে পেলাই দিব, আরু সি দিয়া ধিক্কারর প্রতিফল তার প্রভুৱে তাক দিব।

### ইস্রায়েলর নানা দোষ আরু নানা দণ্ড।

**১৩** যেতিয়া ইফ্রয়িমে কথা কৈছিল, তেতিয়া লোকবিলাকে কঁপিছিল। সি ইস্রায়েলর মাজত মহান হৈছিল; কিন্তু যেতিয়া সি বালর দ্বারায় দোষী হল, তেতিয়া সি মরিল। ২ আরু এতিয়াও সিবিলাকে পাপর উপরি পাপ করি আছে, সিবিলাকে আপোনাবিলাকর রূপেরে আপোনাবিলাকর নিমিত্তে সাঁচত ঢলা মূর্ত্তি, আপোনাবিলাকর বুদ্ধিরে প্রতিমা সাজিলে; সেই আটাইবোর শিল্পকরর কার্য্য; বলিদান করোঁতাবিলাকে সেইবোরর বিষয়ে কয়, সিবিলাকে দামুৰির মূর্ত্তি কেইজনাক চুমা খাওক। ৩ এই হেতুকে সিবিলাক প্রভাতর মেঘ, সোনকালে শুকাই যোৱা নিয়র, বামারলি বতাহে খলার পরা উড়ুৱাই নিয়া ঘুলা, আরু খিলিকিজুবারেদি ওলোৱা ধূঁৱার নিচিনা হব। ৪ তথাপি ময় মিচর দেশরে পরাই তোমার ঈশ্বর যিহোৱা; মোর বাহিরে তুমি আন কাকো ঈশ্বর বুলি নেমানিবা, মোর বাহিরে আরু কোনো ত্রাণকর্ত্তা নাই। ৫ অরণ্যত, মহাতৃষ্ণার দেশত ময়েই তোমাক জানিছিলোঁ। ৬ চরণী পাই সিবিলাক তৃপ্ত হল, তৃপ্ত হোৱাত সিবিলাকর মনত গর্ব্ব হল; এই নিমিত্তে সিবিলাকে মোক পাহরিলে। ৭ এই হেতুকে ময় সিবিলাকলৈ সিংহস্বরূপ হম, নাহর-ফুটুকী বাঘর নিচিনাকৈ বাটত খাপ দি থাকিম। ৮ পোৱালির পরা বঞ্চিত হোৱা ভালুকীর নিচিনাকৈ ময় সিবিলাকর আগত উপস্থিত হম, আরু সিবিলাকর হিয়া বিদারিম; ময় সিংহিনীর নিচিনাকৈ সেই ঠাইতে সিবিলাকক গ্রাস করিম; বনরীয়া জন্তুৱে সিবিলাকক ছিরিব। ৯ হে ইস্রায়েল, তুমি যে মোর বিপক্ষ, তোমার সহায়কারীর বিপক্ষ, এয়েই তোমার বিনাশর কারণ। ১০ তোমার আটাই নগরত তোমাক রক্ষা করিবলৈ তোমার রজা এতিয়া ক'ত? মোক এজন রজা আরু কেতবিলাক অধ্যক্ষ দিওক, এই বুলি তুমি যিবিলাকর বিষয়ে কৈছিলা, তোমার সেই বিচারপতিবিলাক ক'ত? ১১ ময় খং উঠি এজন রজা তোমাক দিলোঁ, আরু খং উঠি তাক গুচালোঁ। ১২ ইফ্রয়িমর অপরাধ থৈলাত ভরাই বন্ধ করা হল; তার পাপ সাঁচি থোৱা হল। ১৩ প্রসবকারিণীর যাতনাই তাক ধরিব। সি অজ্ঞান পুত্র; নহলে সি প্রসব-

ছুৱারত পলম নকরিলেহেঁতেন। [১৪] মই চিয়োলর হাতর পরা সিবিলাকক উদ্ধার করিম, মৃত্যুর পরা সিবিলাকক মুক্ত করিম; হে মৃত্যো, তোমার মহামারী ক'ত? হে চিয়োল, তোমার সংহার ক'ত? মন-পালটন মোর চকুর পরা গুপ্ত থাকিব। [১৫] ইফ্রয়িম আপোন ভাই-বিলাকর মাজত ফলবান হলেও, পূবর বতাহত, অরণ্যর পরা অহা যিহোবার প্রশ্বাসত তার ভুমুক শুকাব, আরু তার উহ শুকাই যাব; শত্রুৱে তার ভঁরালর সকলো মনোহর বস্তু লুট করিব। [১৬] চমরিয়াই আপোনার দোষর ভার বব, কারণ তাই আপোন ঈশ্বরর বিরুদ্ধে বিদ্রোহ করিলে; সিবিলাক তরোৱালর দ্বারায় পতিত হব, সিবিলাকর শিশুবিলাকক আচারি ডোখর ডোখর করা হব, আরু সিবিলাকর গর্ব্ভবতী তিরুতাবিলাকর উদর ফলা হব।

ঈশ্বরর মঙ্গল-প্রতিজ্ঞা।

**১৪** হে ইস্রায়েল, তোমার ঈশ্বর যিহোবালৈ ঘুরা, কিয়নো তুমি আপোন অপরাধর দ্বারায় পতিত হলা। [২] তোমালোকে বাক্যরূপ উপহার লগত লৈ যিহোবালৈ ঘুরা; তেওঁক এই কথা কোৱা, তুমি আটাই অপরাধ দূর করা, যি উত্তম, তাক গ্রহণ করা; তাতে আমি আমার ওঁঠ ভতরাস্বরূপে উৎসর্গ করিম। [৩] অচূরে আমাক উদ্ধার নকরিব; আমি ঘোঁরাত নুঠিম, বা তোমালোক আমার ঈশ্বর, এই বুলি আমার হাতেরে করা বস্তুক আরু নকম; কিয়নো তোমাতহে পিতৃহীনে দয়া পায়। [৪] মই সিবিলাকর বিপথ-গমনস্বরূপ রোগ সুস্থ করিম, মই এনেই সিবিলাকক প্রেম করিম; কিয়নো মোর ক্রোধ তার পরা ঘুরিল। [৫] মই ইস্রায়েললৈ নিয়রস্বরূপ হম; সি কনারি ফুলর নিচিনাকৈ ফুলিব, আরু লিবানোনর নিচিনাকৈ মূল ধরিব। [৬] তার গজালিবোর বাঢ়ি যাব; জিতবৃক্ষর নিচিনা তার শোভা, আরু লিবানোনর নিচিনা তার সুগন্ধ হব। [৭] তার ছাঁত বাস করাবিলাক পুনরায় আহিব, শস্যর দরে পুনর্জীবিত হব, দ্রাক্ষালতার নিচিনাকৈ ফুলিব, আরু লিবানোনর দ্রাক্ষারসর নিচিনাকৈ তার সুখ্যাতি হব। [৮] ইফ্রয়িমে কব, মূর্ত্তিবোরর লগত মোর আরু কি সম্পর্ক? মই উত্তর দিলোঁ, আরু তালৈ সুদৃষ্টি করিম; মই কেঁচাপতীয়া দেবদারু গছর নিচিনা; মোতেই তোমার ফল পোৱা যায়। [৯] জ্ঞানৱানে এইবোর কথা বুজিব, বুদ্ধিমানে এইবোর কথা জানিব; কিয়নো যিহোবার সকলো পথ সরল, আরু ধার্ম্মিকবিলাকে সেইবোরত গমন করিব, কিন্তু অধার্ম্মিকবিলাকে সেইবোরর মাজত উজুটি খাই পড়িব।

---

# যোৱেল ভাববাদীর পুস্তক।

---

**১** পথূৱেলর পুত্র যোৱেলর ওচরলৈ অহা যিহোবার বাক্য।

বর্ত্তমানর আপদর বিবর।

[২] হে বৃদ্ধবিলাক, এই কথা শুনা; আরু হে দেশ-নিবাসিবিলাক, কাণ দিয়া; তোমালোকর দিনত, বা তোমালোকর পূর্ব্বপুরুষবিলাকর দিনত এনে ঘটনা হৈছিল নে? [৩] তোমালোকে আপোন আপোন সন্তানবিলাকক ইয়ার কথা কোৱা, আরু সিহঁতে আপোন আপোন সন্তানবিলাকক কওক, আরু সিহঁতর সন্তানবিলাকেও ভাবী সন্তানক কওক। [৪] কুটি খোৱা করিছে

এৰাখিনি কাকতি কৰিছে খালে, আৰু কাকতি কৰিছে এৰাখিনি চেলেকা কৰিছে খালে, আৰু চেলেকা কৰিছে এৰাখিনি বিনাশকাৰী কৰিছে খালে। [৫] হে মত্তলীয়াবিলাক, সাৰ পাই কান্দা; হে দ্ৰাক্ষাৰস পান কৰোঁতাবিলাক, নতুন দ্ৰাক্ষা-ৰসৰ নিমিত্তে হাহাকাৰ কৰা, কাৰণ তাক তোমা-লোকৰ মুখৰ পৰা নিয়া হল। [৬] কিয়নো অসংখ্য প্ৰাণী থকা এক বলবান জাতি মোৰ দেশৰ বিৰুদ্ধে উঠি আহিল; সিহঁতৰ দাঁত সিংহৰ দাঁতৰ নিচিনা, আৰু ডাঙৰ সিংহৰ গুৰি দাঁতৰ নিচিনা সিহঁতৰ গুৰি দাঁত। [৭] সিহঁতে মোৰ দ্ৰাক্ষালতা ধ্বংস কৰিলে, আৰু মোৰ ডিমৰু গছৰ বাকলি এৰুৱালে; সিহঁতে তাক নিচেইকৈ বথলিয়াই পেলাই দিলে, তাৰ ডালবোৰ বগা কৰিলে। [৮] যৌবন-কালৰ স্বামীৰ শোকত চট কাপৰেৰে কঁকাল বন্ধা কন্যাৰ নিচিনাকৈ তুমি বিলাপ কৰা। [৯] যিহোৱাৰ গৃহৰ পৰা ভক্ষ্য আৰু পেয় নৈবেদ্য নাইকিয়া হল; যিহোৱাৰ পৰিচাৰক পুৰোহিতবিলাকে শোক কৰিছে। [১০] পথাৰ নষ্ট হল, ভূমিয়ে শোক কৰিছে; কিয়নো শস্য নষ্ট হল, নতুন দ্ৰাক্ষাৰস শুকাল, আৰু তেল নাইকিয়া হল। [১১] হে কেঁতিয়ক-বিলাক, লাজ পোৱা, হে দ্ৰাক্ষাবাৰী আপ্‌ডাল কৰোঁতাবিলাক, হাহাকাৰ কৰা, ঘেঁহু ধান আৰু যৱৰ বিষয়ে হাহাকাৰ কৰা; কিয়নো পথাৰৰ শস্য বিনষ্ট হল। [১২] দ্ৰাক্ষালতা শুকাল, ডিমৰু গছ জঁয় পৰিল, ডালিম, খাজুৰ, আৰু সুমথিৰা টেঙ্গা আদি পথাৰৰ সকলো গছ শুকাল; স্বৰূপেই মনুষ্য-সন্তানবিলাকৰ মাজৰ পৰা আমোদ-প্ৰমোদ গুচিল। [১৩] হে পুৰোহিত-বিলাক, তোমালোকে কঁকাল বান্ধি বিলাপ কৰা, হে যজ্ঞবেদিৰ পৰিচাৰকবিলাক, হাহাকাৰ কৰা; হে মোৰ ঈশ্বৰৰ পৰিচাৰকবিলাক, আহাঁ, চট কাপৰ পিন্ধি ওৰেৰাতি পৰি থাকা; কিয়নো তোমালোকৰ ঈশ্বৰৰ গৃহৰ পৰা ভক্ষ্য আৰু পেয় নৈবেদ্য নাইকিয়া হল। [১৪] তোমালোকে পবিত্ৰ উপবাস নিৰূপণ কৰা, সমাজ গোট খাবলৈ ঘোষণা কৰা, আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ গৃহত বৃদ্ধবিলাক আদি কৰি দেশ-নিবাসী আটাই লোকক গোট খুউৱাই যিহো-ৱাৰ আগত কাতৰোক্তি কৰা। [১৫] হায় হায়, এয়ে কেনে দিন! কিয়নো যিহোৱাৰ দিন ওচৰ, সৰ্ব্বশক্তিমান জনাৰ পৰা যেন প্ৰলয়হে উপ-স্থিত। [১৬] আমাৰ চকুৰ আগত খোৱা বস্তু, এনে কি, আমাৰ ঈশ্বৰৰ গৃহৰ পৰা আনন্দ আৰু উল্লাস লোপ পোৱা নাই নে? [১৭] বোৱা কঠিয়াৰ ধানবোৰ আপোন আপোন চপৰাৰ তলত শুকাই গল, ভঁৰালবোৰ ধ্বংস কৰা হল, শস্যৰ ঘৰবোৰ ভাগিল; কাৰণ শস্যবোৰ নাই-কিয়া হল। [১৮] পশুবোৰে কেনেকৈ কেঁকাইছে! চৰণী ঠাই নোহোৱাৰ কাৰণে গৰুৰ জাকবোৰ ব্যাকুল হৈছে; এনে কি, মেৰ আৰু ছাগলীৰ জাকবোৰে দণ্ড ভোগ কৰিছে। [১৯] হে যিহোৱা, ময় তোমাৰেই আগত প্ৰাৰ্থনা কৰিছোঁ; কিয়নো অগ্নিয়ে অৰণ্যৰ চৰণী ঠাইবোৰ গ্ৰাস কৰিলে, অগ্নিশিখাই কেঁতিৰ সকলো গছ পুৰিলে। [২০] বনৰ পশুবোৰেও তোমাৰ আগত ক্ৰন্দন কৰিছে; কিয়নো জলৰ জুৰীবোৰ শুকাল, আৰু অৰণ্যৰ চৰণী ঠাইবোৰ অগ্নিয়ে গ্ৰাস কৰিলে।

যিহোৱাৰ আহিব লগা ক্ৰোধৰ দিন।

**২** তোমালোকে চিয়োনত শিঙ্গা বজোৱা, মোৰ পবিত্ৰ পৰ্ব্বত্‌টোত সতৰ্ক-ধ্বনি কৰা, দেশ-নিবাসী সকলোৱেই কঁপোক; কিয়নো যিহোৱাৰ দিন আহিছে; কাৰণ সেয়ে ওচৰ পাইছেহি। [২] সেয়ে আন্ধাৰ আৰু ঘোৰ অন্ধ-কাৰৰ দিন, ডাৱৰীয়া আৰু ঘন মেঘৰ দিন। পৰ্ব্বতবোৰৰ ওপৰত ব্যাপি থকা অৰুণ যেন মহৎ আৰু পৰাক্ৰমী এক জাতি আহিছে; তাৰ নিচিনা কেতিয়াও হোৱা নাই, বা তাৰ পাছত পুৰুষানুক্ৰমে অনেক বছৰলৈকে আৰু নহব। [৩] তাৰ আগত অগ্নিয়ে গ্ৰাস কৰিছে, আৰু তাৰ পাছত অগ্নিশিখা জ্বলিছে; তাৰ আগত দেশ এদন বাৰীৰ নিচিনা, আৰু তাৰ পাছত ধ্বংস কৰা অৰণ্যৰ নিচিনা; এনে কি, একোৱেই তাৰ পৰা ৰক্ষা নেপায়। [৪] সিহঁতৰ আকৃতি ঘোঁৰাৰ আকৃতিৰ নিচিনা; সিহঁত অশ্বাৰোহী যোৱাদি বেগেৰে যায়। [৫] সিহঁতে জপিওৱা শবদ পৰ্ব্বতবোৰৰ টিঙত চলা ৰথসমূহৰ শবদৰ নিচিনা; সিহঁতে খোৱা শবদ নৰা গ্ৰাসকাৰী অগ্নিশিখাৰ শবদৰ নিচিনা; সিহঁত যুদ্ধলৈ বেহ

পতা পৰাক্ৰমী এক জাতিৰ সদৃশ। [৬] সিহঁতৰ আগত জাতিবিলাকে যাতনা পায়, আৰু আটাইৰে মুখ বিবৰ্ণ হয়। [৭] সিহঁতে বীৰবিলাকৰ নিচিনাকৈ লৰ মাৰে; সিহঁতে যুদ্ধাৰুৰ নিচিনাকৈ গড়ত উঠে; সিহঁতে আপোন আপোন শাৰী নভঙ্গাকৈ আপোন আপোন পথত যাত্ৰা কৰে। [৮] সিহঁতে ইটোৱে সিটোৱে ঠেলাঠেলি নকৰে; প্ৰতিজনে আপোন আপোন পথত যাত্ৰা কৰে; সিহঁতে অস্ত্ৰবোৰৰ মাজত পড়িলেও আপোনাবিলাকৰ পথ নেৰে। [৯] সিহঁতে নগৰত ভ্ৰমি ফুৰে, গড়ৰ ওপৰত লৰ মাৰে, উঠি ঘৰৰ ভিতৰত সোমায়, আৰু চোৰৰ দৰে খিলিকিয়েদি সোমায়। [১০] সিহঁতৰ আগত পৃথিবী কঁপে, আকাশ-মণ্ডল জোকাৰ খায়, চন্দ্ৰ আৰু সূৰ্য্য অন্ধকাৰময় হয়, আৰু তৰাবোৰে আপোনাবিলাকৰ পোহৰ নিদিয়ে। [১১] যিহোৱাই আপোন সৈন্যসামন্তৰ আগত আপোন মাত শুনাইছে; কিয়নো তেওঁৰ বাহিনী অতিশয় অধিক, কাৰণ তেওঁৰ বাক্যসাধক বলৱান। [১২] কিয়নো যিহোৱাৰ দিন মহৎ, আৰু অতি ভয়ানক; কোনে তাক সহন কৰিব পাৰে? তথাপি, যিহোৱাই কৈছে, এতিয়াও তোমালোকে আপোনাবিলাকৰ সমস্ত মনেৰে লঘোন, ক্ৰন্দন, আৰু শোকেৰে মোলৈ ঘূৰা। [১৩] আৰু তোমালোকে আপোনাবিলাকৰ বস্ত্ৰ নিছিৰি, মন হে ছিৰি তোমালোকৰ ঈশ্বৰ যিহোৱালৈ ঘূৰা; কিয়নো তেওঁ কৃপাময় আৰু স্নেহময়, ক্ৰোধত ধীৰ আৰু দয়াত মহান, আৰু অমঙ্গলৰ পৰা আপোনাকে ঘূৰাওঁতা। [১৪] কোনে জানে? তেওঁ ঘূৰি মন পালটাব পাৰে, আৰু আপোনাৰ পাছত আশীৰ্ব্বাদ দি যাব পাৰে, তোমালোকৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে দিবলৈ ভক্ষ্য নৈবেদ্য থৈ যাব পাৰে।

[১৫] তোমালোকে চিয়োনত শিঙ্গা বজোৱা, পবিত্ৰ উপবাস নিৰূপণ কৰা, সমাজ গোট খাবলৈ ঘোষণা কৰা, প্ৰজাবিলাকক গোটোৱা, [১৬] মণ্ডলী পবিত্ৰ কৰা, বৃদ্ধবিলাকক একত্ৰ কৰা, শিশু আৰু পিয়াহ খোৱাবিলাকক গোটোৱা; দৰা আপোনাৰ খোঁটালীৰ পৰা, আৰু কন্যা আপোনাৰ বিয়াৰ তাম্বুৰ পৰা ওলাওক। [১৭] বাৰাণ্ডাৰে যজ্ঞবেদিৰে মাজ ঠাইত যিহোৱাৰ পৰিচাৰক পুৰোহিতবিলাকে ক্ৰন্দন কৰি কওক, হে যিহোৱা, তোমাৰ প্ৰজাবিলাকক দয়া কৰা, আৰু জাতিবিলাকক সিবিলাকৰ ওপৰত শাসন কৰিবলৈ দি, তোমাৰ আধিপত্য ধিক্কাৰৰ বিষয় হবলৈ নিদিবা; সিহঁতৰ ঈশ্বৰ ক'ত? এই বুলি জাতিবিলাকৰ মাজত লোকে কিয় কব?

ঈশ্বৰৰ দয়া তেওঁৰ দাসবিলাকৰ মঙ্গল, আৰু
তেওঁৰ শত্ৰুবোৰৰ বিনাশ।

[১৮] তেতিয়া যিহোৱা আপোন দেশৰ নিমিত্তে উদ্যোগী, আৰু আপোন প্ৰজাবিলাকলৈ দয়ালু হল। [১৯] যিহোৱাই উত্তৰ দি আপোন প্ৰজাবিলাকক কলে, দেখা, ময় তোমালোকলৈ শস্য, দ্ৰাক্ষাৰস, আৰু তেল পঠাম, তোমালোক তাৰেই তৃপ্ত হবা; ময় জাতিবিলাকৰ মাজত তোমালোকক ধিক্কাৰৰ বিষয় আৰু নকৰিম। [২০] ময় তোমালোকৰ পৰা উত্তৰদেশীয় সৈন্যসামন্তক দূৰ কৰিম, আৰু ময় তাক শুকান আৰু ধ্বংস কৰা দেশলৈ খেদি দিম, তাৰ আগ-ভাগ পূব সাগৰত, আৰু তাৰ পাছ ভাগ পশ্চিম সাগৰত পেলাই দিম; তাতে তাৰ গেলা গন্ধ ওলাব, দুৰ্গন্ধ উঠিব, কাৰণ সি মহৎ কাৰ্য্য কৰিলে। [২১] হে দেশ, ভয় নকৰিবা, উল্লাসিত হৈ আনন্দ কৰা; কিয়নো যিহোৱাই মহৎ কাৰ্য্য কৰিলে। [২২] হে পথাৰৰ পশুবিলাক, ভয় নকৰিবা; কিয়নো অৰণ্যত থকা চৰণী ঠাইত ঘাঁহ গজিছে, গছে গুটি ধৰিছে, ডিমৰু গছে আৰু দ্ৰাক্ষালতাই আপোন আপোন ফল উৎপন্ন কৰিছে। [২৩] হে চিয়োনৰ সন্তানবিলাক, তোমালোক আনন্দিত হোৱা, আৰু আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাত উল্লাস কৰা; কিয়নো তেওঁ তোমালোকক উচিত পৰিমাণে আগতীয়া বৰষুণ দিছে, আৰু আগৰ দৰে জাকে জাকে আগতীয়া আৰু শেষতীয়া বৰষুণ বৰষাইছে। [২৪] মৰণা মৰা খলাবোৰ শস্যেৰে পূৰ হব, দ্ৰাক্ষাৰস আৰু তেলেৰে কুণ্ডবোৰ উপচিব। [২৫] আৰু তোমালোকৰ মাজলৈ ময় পঠোৱা সৈন্যসামন্তই, কাকতি ফৰিং, চেলেকা ফৰিং, বিনাশকাৰী ফৰিং, আৰু কুটি খোৱা ফৰিঙে সেই কেইবছৰ খোৱাখিনি ময় পুনৰায় তোমালোকক দিম। [২৬] তাতে তোমালোকে

প্ৰচুৰ পৰিমাণে খাই তৃপ্ত হবা, আৰু তোমালোকলৈ আশ্চৰিতৰূপে কাৰ্য্য কৰা তোমালোকৰ ঈশ্বৰ যিহোৱাৰ নামৰ প্ৰশংসা কৰিবা; মোৰ প্ৰজাবিলাকে কেতিয়াও আৰু লাজ নেপাব। [২৭] তেতিয়া, ময় যে ইস্ৰায়েলৰ মাজত আছোঁ, ময় যে তোমালোকৰ ঈশ্বৰ যিহোৱা, আৰু আন কোনো যে নাই, তাক তোমালোকে জানিবা; মোৰ প্ৰজাবিলাকে কেতিয়াও আৰু লাজ নেপাব।

[২৮] তাৰ পাছতে ময় গোটেই মনুষ্যজাতিৰ ওপৰত মোৰ আত্মা বাকি দিম; তাতে তোমালোকৰ পো-জীবিলাকে ভাববাণী প্ৰচাৰ কৰিব, তোমালোকৰ বৃদ্ধবিলাকে সপোন দেখিব, আৰু তোমালোকৰ যুবাবিলাকে দৰ্শন পাব। [২৯] আৰু সেই কালত ময় বন্দী-বেটীবিলাকৰ ওপৰতো মোৰ আত্মা বাকি দিম। [৩০] ময় আকাশ-মণ্ডলত আৰু পৃথিবীত তেজ, অগ্নি, ধূঁৱাস্তম্ভ, এইবোৰ অদ্ভুত লক্ষণ দেখুৱাম। [৩১] যিহোৱাৰ সেই মহৎ আৰু ভয়ানক দিন অহাৰ আগেয়ে সূৰ্য্য অন্ধকাৰত আৰু চন্দ্ৰ তেজত পৰিবৰ্ত্তন হব। [৩২] যেয়ে যিহোৱাৰ নাম লব, সি উদ্ধাৰ পাব; কিয়নো, যিহোৱাই কোৱাৰ দৰে, পৰিত্ৰাণ পোৱাবিলাক, আৰু ৰক্ষা পোৱাবিলাকৰ মাজৰ যিমান লোকক যিহোৱাই আহ্বান কৰিব, সেই সকলো চিয়োন পৰ্ব্বতত আৰু

৩ যিৰূচালেমত থাকিব। কিয়নো দেখা, সেইবোৰ দিনত আৰু সেই সময়ত যেতিয়া ময় যিহুদাৰ আৰু যিৰূচালেমৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম, [২] তেতিয়া ময় আটাই জাতিক গোটাই যিহোচাফট [ যিহোৱাৰ বিচাৰ ] উপত্যকালৈ নমাই আনিম; আৰু মোৰ প্ৰজা ও আধিপত্য যি ইস্ৰায়েলক সিহঁতে জাতিবিলাকৰ মাজত ছিন্নভিন্ন কৰিলে, আৰু মোৰ দেশ ভাগ বাঁটি ললে, ময় সেই ইস্ৰায়েলৰ অৰ্থে তাত সিহঁতে সৈতে প্ৰতিবাদ কৰিম; [৩] সিহঁতে মোৰ প্ৰজাবিলাকৰ নিমিত্তে চিঠি খেলালে, লৰা দি বেশ্যা ললে, আৰু পান কৰিবৰ অভিপ্ৰায়েৰে ছোৱালী দি দ্ৰাক্ষাৰস কিনিলে। [৪] আৰু, হে তূৰ, চীদোন, আৰু পলেষ্টীয়াবিলাকৰ আটাই অঞ্চল, মোৰ আগত তোমালোক কি? তোমালোকে মোৰ ওপৰত প্ৰতিকাৰ সাধিব খুজিছা নে? যদি তোমালোকে মোৰ ওপৰত প্ৰতিকাৰ সাধা, তেন্তে ময় বেগেৰে অতি শীঘ্ৰে, তোমালোকে সধা প্ৰতিকাৰৰ প্ৰতিফল তোমালোকৰ মূৰৰ ওপৰত দিম। [৫] কিয়নো তোমালোকে মোৰ ৰূপ আৰু সোণ নিলা, আৰু তোমালোকৰ মন্দিৰবোৰলৈ মোৰ উত্তম উত্তম মনোহৰ বস্তু লৈ গলা; [৬] তোমালোকে যিহুদাৰ আৰু যিৰূচালেমৰ সন্তানবিলাকক সিবিলাকৰ সীমাৰ পৰা দূৰ কৰিবৰ নিমিত্তে যাবনৰ সন্তানবিলাকৰ গুৰিত সিবিলাকক বেচিলা। [৭] কিন্তু দেখা, যি ঠাইত তোমালোকে সিবিলাকক বেচিলা, সেই ঠাইৰ পৰা ময় সিবিলাকক সাৰ পোৱাই উদ্ধাৰ কৰিম, আৰু তোমালোকে সধা প্ৰতিকাৰৰ প্ৰতিফল ময় তোমালোকৰ মূৰৰ ওপৰত দিম; [৮] আৰু তোমালোকৰ পো-জীবোৰক যিহুদাৰ সন্তানবিলাকৰ হাতত বেচিম, আৰু সিবিলাকে সিহঁতক দূৰত থকা জাতি চিবায়ীয়া লোকবিলাকৰ গুৰিত বেচিব; কিয়নো যিহোৱাই ইয়াক কলে।

[৯] তোমালোকে জাতিবিলাকৰ মাজত এই কথা ঘোষণা কৰা, যুদ্ধ আৰম্ভ কৰা, বীৰবিলাকক জগোৱা, আটাই ৰণুৱা আহি উপস্থিত হওক। [১০] তোমালোকে আপোনাবিলাকৰ নাঙলৰ ফাল পিটি তৰোৱাল, আৰু আপোনাবিলাকৰ কলম দিয়া কটাৰি পিটি জাঠি গঢ়োৱা; ময় বীৰ, এই বুলি দুৰ্ব্বল জনে কওক। [১১] হে চাৰিওফালৰ আটাই জাতি, বেগেৰে আহি গোট খোৱা; হে যিহোৱা, তোমাৰ বীৰবিলাকক ইয়ালৈ নমাই আনা। [১২] জাতিবিলাক জাগি উঠোক, সিহঁত যিহোচাফট উপত্যকালৈ আহোক; কিয়নো ময় সেই ঠাইতে চাৰিওফালে থকা জাতিবিলাকৰ বিচাৰ কৰিবলৈ বহিম। [১৩] তোমালোকে কাচি লগোৱা; কিয়নো শস্য পকিল; আহাঁ গচকা, কিয়নো দ্ৰাক্ষাকুণ্ড পৰিপূৰ্ণ আছে, আৰু ৰসৰ আধাৰবোৰ উপচি পৰিছে; কাৰণ সিহঁতৰ দুষ্টতা অধিক। [১৪] দণ্ডাজ্ঞা-সিদ্ধিৰ উপত্যকাত লোক জুমে জুমে আছে; কিয়নো দণ্ডাজ্ঞা-সিদ্ধিৰ উপত্যকাত দণ্ড দিব লগা যিহোৱাৰ দিন ওচৰ। [১৫] সূৰ্য্য আৰু চন্দ্ৰ অন্ধকাৰ হৈছে, আৰু তৰা-

বোৱে আপোনাবিলাকৰ পোহৰ নিদিয়ে। [১৬] আৰু যিহোৱাই চিয়োনৰ পৰা গৰ্জ্জন কৰিব, যিৰূচালেমৰ পৰা আপোনাৰ মাত শুনাব, আকাশ-মণ্ডল আৰু পৃথিবী কঁপিব; কিন্তু যিহোৱা আপোন প্ৰজাবিলাকৰ আশ্ৰয়, আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ কোঁঠস্বৰূপ হব। [১৭] তাতে, মই যে মোৰ পবিত্ৰ পৰ্ব্বত চিয়োনত বাস কৰোঁতা তোমালোকৰ ঈশ্বৰ যিহোৱা, তাক তোমালোকে জানিবা; তেতিয়া যিৰূচালেম পবিত্ৰ হব, বিদেশীবোৱে তাৰ মাজেদি আৰু অহাযোৱা নকৰিব। [১৮] সেই দিনা পৰ্ব্বতবোৰৰ পৰা নতুন দ্ৰাক্ষাৰস টোপাটোপে পড়িব, ওখ পৰ্ব্বতবোৰৰ পৰা গাখীৰৰ সুঁতী বৈ যাব, যিহুদাৰ আটাই জুৰীবোৰৰ পানী বব, আৰু যিহোৱাৰ গৃহৰ পৰা এটা ভুমুক ওলাই চিটীমৰ উপত্যকাত পানী দিব। [১৯] যিহুদাৰ সন্তানবিলাকক কৰা অত্যাচাৰৰ নিমিত্তে মিচৰ ধ্বংসস্থান হব, আৰু ইদোম ধ্বংস-অৰণ্য হব, কিয়নো সিহঁতে আপোনাবিলাকৰ দেশত নিৰ্দ্দোষীৰ ৰক্তপাত কৰিলে। [২০] কিন্তু যিহুদা সদাকাললৈকে, আৰু যিৰূচালেম পুৰুষানুক্ৰমে থাকিব। [২১] আৰু মই সিবিলাকৰ যি ৰক্তপাতৰ প্ৰতিকাৰ সধা নাই, সেই ৰক্তপাতৰ প্ৰতিকাৰ সাধিম; কিয়নো যিহোৱাই চিয়োনত বাস কৰিছে।

# আমোচ ভাববাদীৰ পুস্তক।

১ যিহুদাৰ উজ্জিয়া ৰজাৰ ৰাজত্বৰ কালত, আৰু যোৱাচৰ পুত্ৰ ইস্ৰায়েলৰ ৰজা যাৰবিয়ামৰ ৰাজত্বৰ কালত, ভূমিকম্পৰ দুবছৰৰ আগেয়ে ইস্ৰায়েলৰ বিষয়ে দৰ্শনত পোৱা তকোৱাৰ মেৰ-ৰখীয়াবিলাকৰ মাজত থকা আমোচৰ বাক্য।

ইস্ৰায়েলৰ ওচৰত থকা জাতিবিলাকৰ পাপ আৰু তাৰ দণ্ড।

[২] তেওঁ কলে, যিহোৱাই চিয়োনৰ পৰা গৰ্জ্জন কৰিব, আৰু যিৰূচালেমৰ পৰা আপোনাৰ মাত শুনাব; মেৰ-ৰখীয়াবিলাকৰ চৰণী ঠাইবোৰে শোক কৰিব, আৰু কৰ্মিলৰ টিং শুকাই যাব।

[৩] যিহোৱাই এই কথা কৈছে, দম্মেচকৰ তিনটা অপৰাধৰ, এনে কি, চাইটা অপৰাধৰ নিমিত্তে মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ; কিয়নো সিহঁতে লোহাৰ মৰণা মৰা যন্ত্ৰেৰে গিলিয়দক মাৰিলে। [৪] কিন্তু মই হজায়েলৰ বংশৰ মাজলৈ অগ্নি পঠাম, আৰু সেয়ে বিন্-হদদৰ অট্টালিকাবোৰ গ্ৰাস কৰিব। [৫] আৰু মই দম্মেচকৰ ডাং ভাঙ্গি পেলাম, আৰু আবন উপত্যকাৰ পৰা তাৰ নিবাসীক, আৰু বৈৎ-এদনৰ পৰা ৰাজদণ্ডধাৰীক উচ্ছন্ন কৰিম; আৰু যিহোৱাই কৈছে, অৰামৰ লোকবিলাক দেশান্তৰিত হৈ কীৰলৈ যাব।

[৬] যিহোৱাই এই কথা কৈছে, ঘচাৰ তিনটা অপৰাধৰ, এনে কি, চাইটা অপৰাধৰ নিমিত্তে মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ; কিয়নো সিহঁতে ইদোমৰ হাতত সোধাই দিবৰ নিমিত্তে গোটেই প্ৰজাক দেশান্তৰ কৰি নিলে। [৭] কিন্তু মই ঘচাৰ গড়ৰ ভিতৰলৈ অগ্নি পঠাম, আৰু সেয়ে তাৰ অট্টালিকাবোৰ গ্ৰাস কৰিব। [৮] মই অচদোদৰ পৰা তাৰ নিবাসীক, আৰু অস্কিলোনৰ পৰা ৰাজদণ্ডধাৰীক উচ্ছন্ন কৰিম; মই ইক্ৰোণৰ অহিতে মোৰ হাত চলাম, আৰু প্ৰভু

যিহোৱাই কৈছে, পলেষ্টীয়াবিলাকৰ অৱশিষ্ট ভাগ বিনষ্ট হব ।

[৯] যিহোৱাই এই কথা কৈছে, তূৰৰ তিনুটা অপৰাধৰ, এনে কি, চাইটা অপৰাধৰ নিমিত্তে মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো সিহঁতে ইদোমৰ হাতত গোটেই প্ৰজাক সোধাই দিলে, আৰু সিহঁতে ভ্ৰাতৃনিয়মটী সোঁৱৰণ নকৰিলে । [১০] কিন্তু মই তূৰৰ গড়ৰ ভিতৰলৈ অগ্নি পঠাম, আৰু সেয়ে তাৰ অট্টালিকাবোৰ গ্ৰাস কৰিব ।

[১১] যিহোৱাই এই কথা কৈছে, ইদোমৰ তিনুটা অপৰাধৰ, এনে কি, চাইটা অপৰাধৰ নিমিত্তে মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো সি হাতত তৰোৱাল লৈ আপোন ভাইক খেদিলে, আপোনাৰ মনৰ পৰা সমস্ত দয়া দূৰ কৰিলে ; তাৰ ক্ৰোধ নিত্যবিদাৰক আছিল, আৰু সি আপোন কোপ সদাকাললৈকে ৰাখিছিল । [১২] কিন্তু মই তৈমনলৈ অগ্নি পঠাম আৰু সেয়ে বস্ৰাৰ অট্টালিকাবোৰ গ্ৰাস কৰিব ।

[১৩] যিহোৱাই এই কথা কৈছে, অম্মোনৰ সন্তানবিলাকৰ তিনুটা অপৰাধৰ, এনে কি, চাইটা অপৰাধৰ নিমিত্তে মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো সিহঁতে আপোনাবিলাকৰ সীমা বঢ়াবৰ নিমিত্তে গিলিয়দৰ গৰ্ভৱতী তিৰুতাবিলাকৰ উদৰ ফালিলে । [১৪] কিন্তু মই ৰব্বাৰ গড়ৰ ভিতৰত অগ্নি জ্বলাম, আৰু সেয়ে যুদ্ধদিনৰ জয়ধ্বনিৰে, আৰু বামাৰলি বতাহৰ দিনৰ বড় ধুমুহাৰে সৈতে তাৰ অট্টালিকাবোৰ গ্ৰাস কৰিব । [১৫] আৰু যিহোৱাই কৈছে, সিহঁতৰ ৰজা আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাক একেলগে দেশান্তৰলৈ যাব ।

**২** যিহোৱাই এই কথা কৈছে, মোৱাবৰ তিনুটা অপৰাধৰ, এনে কি, চাইটা অপৰাধৰ নিমিত্তে মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো সি ইদোমৰ ৰজাৰ হাড়বোৰ পুৰি চূৰ্ণ কৰিলে । [২] কিন্তু মই মোৱাবলৈ অগ্নি পঠাম, আৰু সেয়ে কৰিয়োতৰ অট্টালিকাবোৰ গ্ৰাস কৰিব ; কোলাহল, জয়ধ্বনি, আৰু শিঙাৰ শব্দেৰে মোৱাব মৰিব । [৩] আৰু যিহোৱাই কৈছে, মই তাৰ মাজৰ পৰা বিচাৰকৰ্ত্তাক উচ্ছন্ন কৰিম, আৰু তাৰ লগত সকলো প্ৰধান লোকবিলাকক বধ কৰিম ।

[৪] যিহোৱাই এই কথা কৈছে, যিহূদাৰ তিনুটা অপৰাধৰ, এনে কি, চাইটা অপৰাধৰ নিমিত্তে, মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো সিবিলাকে যিহোৱাৰ ব্যৱস্থা অগ্ৰাহ্য কৰিলে, তেওঁৰ বিধিবোৰ পালন নকৰিলে, আৰু সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকে যি অসাৰ বস্তুবোৰৰ পাছত চলিছিল, সেইবোৰে সিবিলাকক ভ্ৰমত পেলালে । [৫] কিন্তু মই যিহূদালৈ অগ্নি পঠাম, আৰু সেয়ে যিৰূচালেমৰ অট্টালিকাবোৰ গ্ৰাস কৰিব ।

ইস্ৰায়েলৰ পাপ আৰু তাৰ দণ্ড ।

[৬] যিহোৱাই এই কথা কৈছে, ইস্ৰায়েলৰ তিনুটা অপৰাধৰ, এনে কি, চাইটা অপৰাধৰ নিমিত্তে মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো সিবিলাকে ৰূপৰ নিমিত্তে ধাৰ্ম্মিকক, আৰু এযোৰ জোতাৰ নিমিত্তে দৰিদ্ৰক বেচিলে । [৭] সিবিলাকে দীনহীনবিলাকৰ মূৰত থকা ধূলিকো হেপাহ কৰে, নম্ৰ লোকবিলাকৰ বাটত বাধা জন্মায়, আৰু মোৰ পবিত্ৰ নাম অপবিত্ৰ কৰিবৰ নিমিত্তে বাপেক আৰু পুতেকে একে যুৱতীতে গমন কৰে ! [৮] আৰু সিবিলাকে প্ৰত্যেক যজ্ঞবেদিৰ কোষত, বন্ধক লোৱা কাপৰৰ ওপৰত দীঘল দিয়ে, আৰু সিবিলাকে জৰিমাণা কৰি লোৱা দ্ৰাক্ষাৰস আপোনাবিলাকৰ ঈশ্বৰৰ গৃহত পান কৰে । [৯] তথাপি, যি ইমোৰীয়া লোক এৰচ গছৰ সমান ওখ আছিল, আৰু অল্লোন গছৰ নিচিনা বলী আছিল, সেই ইমোৰীয়া লোকক মই সিবিলাকৰ আগত উচ্ছন্ন কৰিলোঁ, ওপৰত তাৰ গুটি আৰু তলত তাৰ শিপা নষ্ট কৰিলোঁ । [১০] আৰু সেই ইমোৰীয়া দেশৰ আধিপত্য দিবৰ নিমিত্তে মৱেই মিচৰ দেশৰ পৰা তোমালোকক উলিয়াই আনি চল্লিশ বছৰলৈকে অৰণ্যত লৈ ফুৰালোঁ । [১১] আৰু মই তোমালোকৰ সন্তানবিলাকৰ কোনো কোনোক ভাববাদী, আৰু তোমালোকৰ যুৱাবিলাকৰ কোনো কোনোক নাচৰীয়া পাতিলোঁ ; যিহোৱাই কৈছে, হে ইস্ৰায়েলৰ সন্তানবিলাক, সেয়ে স্বৰূপ নহয়

নে? [১২] কিন্তু তোমালোকে সেই নাচরীয়াবিলাকক দ্রাক্ষারস পান করালা, আরু ভাববাণী প্রচার করিবলৈ সেই ভাববাদীবিলাকক নিষেধ করিলা। [১৩] দেখা, ডাঙরিরে ভরা গাড়ীয়ে চেপেটা করাদি মই তোমালোকর ঠাইত তোমালোকক চেপেটা করিম। [১৪] সেই কালত বেগীর পলাবর উপায় নষ্ট হব, বলীয়ে আপোনার বল খটাব নোৱারিব, আরু বীরে আপোনার প্রাণ রক্ষা করিব নোৱারিব; [১৫] নাইবা ধনুর্দ্ধরে থিয় হৈ রৈ থাকিব নোৱারিব, খরতকীয়া ভরির মানুহে আপোনাকে রক্ষা করিব নোৱারিব, আরু অশ্বারোহীয়ে আপোনাকে উদ্ধার করিব নোৱারিব। [১৬] আরু যিহোৱাই কৈছে, বীরবিলাকর মাজর সাহঁয়াল লোক সেই দিনা বিবস্ত্র হৈ পলাব।

ইস্রায়েলে দণ্ড পাবর নিশ্চয়তা।

৩ হে ইস্রায়েলর সন্তানবিলাক, তোমালোকর বিরুদ্ধে, মিচর দেশর পরা মই উলিয়াই অনা গোটেই গোষ্ঠীরেই বিরুদ্ধে যিহোৱাই কোৱা এই বাক্য শুনা; [২] তেওঁ কৈছে, পৃথিবীর সকলো গোষ্ঠীব ভিতরত কেৱল তোমালোককেই মই জানিলোঁ; এই কারণে মই তোমালোকর আটাই অপরাধর নিমিত্তে তোমালোকক দণ্ড দিম। [৩] একপরামর্শ নহলে দুজনে একেলগে চলিব নে? [৪] চিকার নোপোৱাকৈ অরণ্যত সিংহই গর্জ্জন করিব নে? যুবা সিংহই একো নধরাকৈ আপোনার গাঁতত গুজরিব নে? [৫] চরাইর নিমিত্তে টোপ নিদিয়াকৈ মাটিত পতা ফান্দত জানো চরাই লাগিব? একো নলগাকৈ ফান্দ জানো ওফরে? [৬] নগরত রণশিঙ্গা বজালে প্রজাবিলাকে জানো নকঁপিব? বা যিহোৱাই নঘটোৱাকৈ নগরর মাজত জানো অমঙ্গল ঘটে? [৭] অৱশ্যে প্রভু যিহোৱাই আপোন দাস ভাববাদীবিলাকর গুরিত আপোনার নিগূঢ় মন্ত্রণা প্রকাশ নকরাকৈ একোকে নকরে। সিংহই গর্জ্জন করিলে কোনে ভয় নকরিব? [৮] প্রভু যিহোৱাই বাক্য কলে কোনে ভাববাণী প্রচার নকরিব?

[৯] তোমালোকে অচ্দোদত আরু মিচর দেশত থকা অট্টালিকাবোরর ওপরর পরা প্রচার করি কোৱা, যে, তোমালোকে চমরিয়ার পর্ব্বতবোরর ওপরত গোট খোৱা, আরু তাত কিমান মহাকোলাহল হৈছে, আরু তার মাজত কেনেকুৱা অত্যাচার হৈছে, চোৱা। [১০] কিয়নো, যিহোৱাই কৈছে, সিবিলাকে ন্যায় কার্য্য করিব নেজানে; সিবিলাকে অত্যাচার আরু অপহরণ করি পোৱা ধন আপোনাবিলাকর অট্টালিকাবোরত সাঁচি থৈছে। [১১] এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, কোনো এজন শত্রুৱে দেশ বেরি ধরিব, তোমার পরা তোমার বল পেলাই দিব, আরু তোমার অট্টালিকাবোর লুট করা হব। [১২] যিহোৱাই এই কথা কৈছে, মের-রখীয়াই সিংহর মুখর পরা মেরর দুখন ঠেং, বা কাণর এডোখর একুৱাই অনার দরে, চমরিয়াত শয্যার চুকত, আরু আসনত পারি দিয়া দলিচাত বহা ইস্রায়েলর সন্তানবিলাকক উদ্ধার করা হব। [১৩] বাহিনীবিলাকর ঈশ্বর প্রভু যিহোৱাই কৈছে, তোমালোকে শুনা, আরু যাকোব বংশর বিরুদ্ধে সাক্ষ্য দিয়া। [১৪] কিয়নো, যি দিনা মই ইস্রায়েলক তার অপরাধর প্রতিফল দিম, সেই দিনা মই বৈৎ-এলর যজ্ঞবেদিবোরকো প্রতিফল দিম; তাতে বেদির শিঙ্গবোর কাটি মাটিত পেলোৱা হব। [১৫] আরু মই জারকালর ঘরে সৈতে ঘামকালর ঘর ভাঙ্গিম; আরু যিহোৱাই কৈছে, হাতিদাঁতর ঘরবোর নষ্ট হব, আরু বড় বড় ঘর নাইকিয়া হব।

শাস্তি পায়ো সুগুনা বাবে ইস্রায়েলে ভোগ করিব লগীয়া দণ্ড।

৪ চমরিয়া পর্ব্বতত বাস করা, দুঃখীয়াক অত্যাচার করা, দীনহীনক চূর্ণ করা, আরু "আনা, আমি পান করোঁহঁক," এই বুলি আপোন আপোন স্বামীক কোৱা হে বাচানীয়া গাইবোর, তোমালোকে এই বাক্য শুনা। [২] প্রভু যিহোৱাই আপোন পবিত্রতার শপথ করি কৈছে, দেখা, যি দিনা লোকে হাঁকোটারে তোমালোকক, আরু বরখিরে তোমালোকর অৱশিষ্ট ভাগক নিব সেই দিন তোমালোকলৈ আহিছে। [৩] আরু তোমালোক প্রতিজনীয়ে পোনে পোনে গড়র ভঙ্গাইদি ওলাই যাবা; আরু যিহো-

ৰাই কৈছে, তোমালোকক হৰ্মোনত পেলোৱা হব।

[4] তোমালোকে বৈৎ-এললৈ গৈ অপৰাধ কৰা, গিল্‌গললৈ গৈ অপৰাধ বৃদ্ধি কৰা, আৰু প্ৰতিৰাতিপুৱা তোমালোকৰ বলি, আৰু তিন দিনে তিন দিনে তোমালোকৰ দহ ভাগৰ এভাগ আনা। [5] তোমালোকে ধন্যবাদৰ অৰ্থে খমীৰ দিয়া বস্তুৰ কিছু দাহ কৰা, আৰু ইচ্ছামতে দিয়া উপহাৰৰ বিষয়ে প্ৰচাৰ আৰু ঘোষণা কৰা; কিয়নো হে ইস্ৰায়েলৰ সন্তানবিলাক, প্ৰভু যিহোৱাই কৈছে, তোমালোকে এই দৰে কৰিবলৈ ভাল পোৱা। [6] ময় তোমালোকৰ সকলো নগৰত দাঁতৰ নিৰ্ম্মলতাও দিলোঁ, আৰু তোমালোকৰ সকলো ঠাইত অন্নৰ অভাৱ কৰিলোঁ। তথাপি, যিহোৱাই কৈছে, তোমালোকে মোলৈ ঘূৰা নাই। [7] শস্য দাবলৈ তিনি মাহ থাকোঁতেই ময় তোমালোকৰ পৰা বৰষুণো আটক কৰিলোঁ; ময় এখন নগৰত বৰষালোঁ, আনখনত নবৰ্ষালোঁ: এডোখৰ ভূমিত বৰষুণ দিয়া হল, আৰু বৰষুণ নিদিয়া ভূমিডোখৰ শুকাই গল। [8] তাতে দুই তিনিখন নগৰৰ মানুহ এখন নগৰলৈ পানী খাবৰ নিমিত্তে টলং-পলং কৰি গল, কিন্তু তৃপ্ত নহল; তথাপি, যিহোৱাই কৈছে, তোমালোকে মোলৈ ঘূৰা নাই। [9] ময় তোমালোকৰ শস্য ককৰ্ত্তনীয়া আৰু ৰঙামুৰীয়া পেলাই তোমালোকক আঘাত কৰিলোঁ; তোমালোকৰ উদ্যানসমূহ, দ্ৰাক্ষাবাৰীবোৰ, ডিমৰু আৰু জিত গছবোৰ কুটি খোৱা ফৰিঙে খালে; তথাপি, যিহোৱাই কৈছে, তোমালোকে মোলৈ ঘূৰা নাই। [10] ময় মিচৰৰ নিচিনাকৈ তোমালোকৰ মাজলৈ মহামাৰী পঠালোঁ, তোমালোকৰ ডেকাবিলাকক তৰোৱালৰ দ্বাৰায় বধ কৰিলোঁ, তোমালোকৰ ঘোঁৰাবোৰ লৈ গলোঁ, আৰু তোমালোকৰ ছাউনিৰ পৰা দুৰ্গন্ধ উলিয়াই তোমালোকৰ নাকত সুমুৱালোঁ; তথাপি, যিহোৱাই কৈছে, তোমালোকে মোলৈ ঘূৰা নাই। [11] ঈশ্বৰে চদোম আৰু ঘমোৰাত উৎপাত কৰাদি ময় তোমালোকৰ মাজত উৎপাত কৰিলোঁ, তোমালোক জুইৰ পৰা উলিওৱা আধা পোৰা কাঠ যেন হলা; তথাপি, যিহোৱাই কৈছে, তোমালোকে মোলৈ ঘূৰা নাই। [12] হে ইস্ৰায়েল, এই কাৰণে ময় তোমালৈ এই ৰূপে ব্যৱহাৰ কৰিম; আৰু ময় তোমালৈ এই ৰূপে ব্যৱহাৰ কৰিম দেখি, হে ইস্ৰায়েল, তুমি আপোন ঈশ্বৰৰ লগত সাক্ষাৎ কৰিবলৈ যুগুত হোৱা। [13] কাৰণ দেখা, যি জনাই পৰ্ব্বতবোৰ নিৰ্ম্মাণ কৰিলে, বায়ু সৃষ্টি কৰিলে, আৰু মানুহৰ আগত তাৰ ভাব প্ৰকাশ কৰে, যি জনাই ৰাতিপুৱা ডাৱৰ কৰে, আৰু পৃথিবীৰ উচ্চস্থানবোৰত অহাযোৱা কৰে, তেওঁৰ নাম বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱা।

বিলাপ। ঈশ্বৰক বিচৰাত্‌হে পৰিত্ৰাণ। প্ৰভুৰ দিন বাঞ্ছা কৰোঁতাৰ সন্তাপ।

**৫** হে ইস্ৰায়েল-বংশ, তোমালোকৰ বিষয়ে ময় যি বিলাপৰ বাক্য কওঁ, সেই বাক্য তোমালোকে শুনা। [2] ইস্ৰায়েল-কুমাৰী পতিত হল, তেওঁ আৰু নুঠিব; তেওঁ পৰিত্যক্তা হৈ আপোনাৰ দেশৰ মাটিত পড়ি আছে, তেওঁক তুলিবলৈ কোনো নাই। [3] কিয়নো প্ৰভু যিহোৱাই এই কথা কৈছে, যি নগৰৰ পৰা এক হাজাৰ মানুহ ওলাই যায়, তাৰ এশ, আৰু যি নগৰৰ পৰা এশ মানুহ ওলাই যায়, তাৰ দহ জন ইস্ৰায়েল-বংশলৈ অৱশিষ্ট থাকিব। [4] কাৰণ যিহোৱাই ইস্ৰায়েল-বংশক এই কথা কৈছে, তোমালোকে মোক বিচাৰ কৰি জীয়াই থাকা; [5] কিন্তু বৈৎ-এলক বিচাৰ নকৰিবা, গিল্‌গলত নোসোমাবা, আৰু বেৰ-চেবালৈ নেযাবা; কিয়নো গিল্‌গল অৱশ্যে দেশান্তৰিত হব, আৰু বৈৎ-এল লুপ্ত হব। [6] যিহোৱাক বিচাৰি জীয়াই থাকা; নহলে তেওঁ যোচেফ-বংশত অগ্নিৰ দৰে লাগি তাক গ্ৰাস কৰিব, আৰু তাক নুমাব পৰা বৈৎ-এলত কোনো নহব। [7] যি জনাই কৃত্তিকা আৰু মৃগশীৰ্ষ নিৰ্ম্মাণ কৰিলে, যি জনাই মৃত্যুচ্ছায়াক ৰাতিপুৱাত পৰিবৰ্ত্তন কৰে, দিনক ৰাতিলৈ সলনি কৰে, [8] যি জনাই সাগৰৰ জলসমূহক আহ্বান কৰি পৃথিবীৰ ওপৰত ঢালি দিয়ে, সুবিচাৰ নাগদানাত পৰিবৰ্ত্তন কৰোঁতা আৰু ধাৰ্ম্মিকতাক মাটিত পেলাই দিওঁতা যি তোমালোক, তোমালোকে সেই জনাক বিচাৰা; যিহোৱা তেওঁৰ নাম। [9] দুৰ্গলৈ সৰ্ব্বনাশ ঘটাকৈ, যি জনাই বলী

লোকৰ ওপৰত হঠাৎ সৰ্ব্বনাশ ঘটায়, তোমালোকে সেই জনাক বিচাৰা। [10] সিবিলাকে নগৰৰ দুবাৰত দোষ ধৰোঁতা লোকক ঘিণ কৰে, আৰু যথাৰ্থ কথা কওঁতা লোকক তুচ্ছ কৰে। [11] তোমালোকে দুঃখীয়াক গচকাৰ নিমিত্তে, আৰু তাৰ পৰা অন্যায়ৰূপে ঘেঁহু ধান আদায় কৰা বাবে, তোমালোকে কটা-শিলেৰে ঘৰ সাজিলেও তাত বাস কৰিবলৈ নেপাবা, মনোহৰ দ্ৰাক্ষাবাৰী পাতিলেও, তাৰ দ্ৰাক্ষাৰস পান কৰিবলৈ নেপাবা। [12] কিয়নো, ধাৰ্ম্মিক লোকক কষ্ট দিওঁতা, ভেঁটি লওঁতা, আৰু নগৰৰ দুবাৰত দৰিদ্ৰবিলাকক অন্যায় কৰোঁতা যি তোমালোক, তোমালোকৰ অপৰাধ কিমান অধিক, আৰু তোমালোকৰ পাপবোৰ কিমান মহৎ, তাক মই জানো। [13] এই নিমিত্তে এনে সময়ত সুবিবেচক লোক মনে মনে থাকিব; কিয়নো এয়ে দুঃসময়। [14] তোমালোকে জীয়াই থাকিবৰ নিমিত্তে বেয়া নিবিচাৰি ভালহে বিচাৰা; তাতে, তোমালোকে কোবাৰ দৰে বাহিনীবিলাকৰ ঈশ্বৰ যিহোবা তোমালোকৰ লগত থাকিব। [15] তোমালোকে বেয়াক ঘিণ কৰা, ভালক ভাল পোবা, আৰু নগৰৰ দুবাৰত সুবিচাৰ স্থাপন কৰা; কিজানি বাহিনীবিলাকৰ ঈশ্বৰ যিহোবাই যোচেফৰ অবশিষ্ট ভাগলৈ দয়ালু হব পাৰে। [16] এই কাৰণে বাহিনীবিলাকৰ ঈশ্বৰ প্ৰভু যিহোবাই এই কথা কৈছে, আটাই চকত লোকে বিলাপ কৰিব, আটাই আলিত হায় হায় কৰিব, আৰু ক্ষেতিয়কক শোক কৰিবলৈ, আৰু বিলাপত পটুবোৰক হাহাকাৰ কৰিবলৈ মাতিব। [17] আৰু আটাই দ্ৰাক্ষাবাৰীত হাহাকাৰৰ ধ্বনি হব; কিয়নো, যিহোবাই কৈছে, মই তোমাৰ মাজেদি যাম। [18] প্ৰভুৰ দিন বাঞ্ছাকাৰী যি তোমালোক, তোমালোকৰ সন্তাপ হব। তোমালোকে কিয় যিহোবাৰ দিনলৈ বাঞ্ছা কৰিবা? সেয়ে পোহৰ নহয়, অন্ধকাৰহে। [19] কোনো মানুহ সিংহৰ পৰা পলাওঁতে এটা ভালুকে তাক লগ পায়, নাইবা ঘৰত সোমাই দেবালত হাত দিওঁতে তাক সাপে খুটিয়ায়, সেই দিন তেনেকুবা। [20] যিহোবাৰ দিন পোহৰহে নে? আন্ধাৰ নহয় জানো? সেয়ে ঘোৰ অন্ধকাৰ আৰু নিচেই দীপ্তি নোহোবা দিন নহয় নে? [21] মই তোমালোকৰ উৎসববোৰ ঘিণ কৰোঁ, তুচ্ছ কৰোঁ; মই তোমালোকৰ ধৰ্ম্মসভাবোৰৰ সুঘ্ৰাণ নলওঁ। [22] তোমালোকে মোৰ উদ্দেশে তোমালোকৰ হোম-বলি আৰু ভক্ষ্য নৈবেদ্য উৎসৰ্গ কৰিলেও মই সেইবোৰ গ্ৰহণ নকৰিম, নাইবা তোমালোকৰ মঙ্গলাৰ্থক বলি হৃষ্টপুষ্ট পশুলৈ দৃষ্টি নকৰিম। [23] মোৰ পৰা তোমালোকৰ গানৰ ধ্বনি দূৰ কৰা; কিয়নো মই তোমালোকৰ নেবল যন্ত্ৰৰ বাদ্য শুনিব নোখোজোঁ; [24] কিন্তু ন্যায় বিচাৰ পানীৰ নিচিনাকৈ, আৰু ধাৰ্ম্মিকতা অনবৰত বৈ থকা নদীৰ নিচিনাকৈ বাগৰি আহোক। [25] হে ইস্ৰায়েল-বংশ, অৰণ্যত চল্লিশ বছৰ তোমালোকে বলি আৰু নৈবেদ্য মোৰ উদ্দেশে আনিছিলা নে? [26] তোমালোকে আপোনাবিলাকৰ দেবৰাজ চিক্কতক, আৰু কিয়ুন নামেৰে আপোনাবিলাকৰ মূৰ্ত্তিবোৰক, আপোনাবিলাকৰ নিমিত্তে নিৰ্ম্মিত তৰাৰ আকৃতিৰ দেবমূৰ্ত্তি বৈ নিবা। [27] আৰু বাহিনীবিলাকৰ ঈশ্বৰ নামেৰে প্ৰখ্যাত যিহোবাই কৈছে, মই তোমালোকক দম্মেচকৰ সিফাললৈ বন্দী কৰি লৈ যাম।

নিশ্চিন্তে থকা লোকৰ সন্তাপ।

৬ যিবিলাকৰ ওচৰলৈ ইস্ৰায়েল-বংশ যায়, জাতিবিলাকৰ প্ৰধান জাতিৰ সেই মুখ্য লোকবিলাকৰ, চিয়োনত নিশ্চিন্তে থকা, আৰু চমৰিয়া পৰ্ব্বতত নিৰাপদে থকাবিলাকৰ সন্তাপ হব। [2] তোমালোকে কল্‌নিলৈ গৈ চোবা, আৰু তাৰ পৰা মহাহমাতলৈ যোবা, তাৰ পাছত পলেষ্টীয়াবিলাকৰ গাত নগৰলৈ নামি যোবা; সেইবোৰ ৰাজ্য এই দুই ৰাজ্যতকৈ উত্তম নে? বা সেইবোৰৰ সীমা তোমালোকৰ সীমাতকৈ ডাঙৰ নে? [3] সিবিলাকে অমঙ্গলৰ দিন আঁতৰ কৰে, আৰু অত্যাচাৰৰ আসন ওচৰ চপায়, [4] হাতিদাঁতৰ খাটত শয়ন কৰে, আৰু আপোন আপোন শয্যাত দীঘল দি পড়ে, জাকৰ পৰা মেৰ পোবালি আৰু গোহালিৰ পৰা দামুৰি ভোজন কৰে, [5] নেবল-বাদ্যেৰে অসাৰ্থক গীত গায়, দায়ুদৰ নিচিনাকৈ নিজৰ নিমিত্তে বাদ্যযন্ত্ৰ সাজে, [6] বড় বাটীত দ্ৰাক্ষাৰস পান কৰে, আৰু উত্তম সুগন্ধি তেলেৰে আপোনাবিলাকক

অভিষেক করে, কিন্তু যোচেফর দুঃখর নিমিত্তে বেজার নকরে। [৭] এই হেতুকে সিবিলাকে দেশান্তরিত হোৱাবিলাকর অগ্রবর্ত্তী হৈ দেশান্তরলৈ যাব ; তাতে দীঘল দি পড়ি থকা মত-লীয়াবোরর চিঞরবাথর নাইকিয়া হব। [৮] প্রভু যিহোৱাই আপোনার নাম লৈ শপথ করিছে, বাহিনীবিলাকর ঈশ্বর যিহোৱাই কৈছে, ময় যাকোবর দর্প তুচ্ছ করোঁ, আরু তার অট্টালিকা-বোর ঘিণ করোঁ ; এই হেতুকে ময় নগরখন তাত থকা আটাইবোরে সৈতে সমর্পণ করিম ; [৯] তাতে, এটা ঘরত দহ জন মানুহ অবশিষ্ট থাকিলেও সিহঁত মরিব। [১০] আরু যেতিয়া কোনো মানুহর আত্মীয়ই, অর্থাৎ সেই মানুহক দাহ করিব পরা জনে ঘরর পরা শবটো উলিয়া-বলৈ দাঙি, তোমার লগত আরু কেনোবা আছে নে বুলি ঘরর ভিতর ভাগত থকা জনক সুধিব, আরু সি নাই বুলি কব, তেতিয়া সেই আত্মীয়ই, "মনে মনে থাকা, কিয়নো আমি যিহোৱার নাম উল্লেখ করিব নেপাওঁ," এই বুলি কব। [১১] কিয়নো দেখা, যিহোৱার আজ্ঞারে বড় ঘর আঘাতিত হৈ ডোখর ডোখর হব, আরু সরু ঘর আঘাতিত হৈ ছিরাছিরি হব। [১২] তোমালোকে যে সুবিচারক বিহত, আরু ধার্ম্মিকতার ফল নাগদানাত পরিবর্ত্তন করিলা, ঘোঁরাবোরে জানো খলাবমা শিলনিত লর মারিব পারে ? কোনোৱে জানো তাত বলদেরে হাল বাব পারে ? [১৩] তোমালোক অসার বস্তুত আনন্দ করোঁতা, আরু আমি নিজ শক্তিরে আমালৈ শিঙ দুটা লোৱা নাই নে বুলি কোৱা লোক। [১৪] কিয়নো, বাহিনীবিলাকর ঈশ্বর যিহোৱাই কৈছে, হে ইস্রায়েল-বংশ, দেখা, ময় তোমালোকর বিরুদ্ধে এক জাতিক উঠাম ; সিহঁতে হমাতর প্রবেশস্থানর পরা অরাবার জুরী-টোলৈকে তোমালোকক কষ্ট দিব।

আমোচর প্রথম, দ্বিতীয়, আরু তৃতীয় দর্শন।

৭ প্রভু যিহোৱাই মোক এই রূপে দেখুৱালে, দেখা, শেষতীয়া ঘাঁহর গজালি ওলোৱার আরম্ভ-নতে তেওঁ কাকতি ফরিংবোর সৃষ্টি করিলে ; আরু দেখা, রজার ঘাঁহ কটার পাছত ওলোৱা সেয়ে শেষতীয়া ঘাঁহ। [২] আরু সেইবোরে দেশর তৃণ শাক আদি খাই ঢুকুৱালত ময় কলোঁ, হে প্রভু যিহোৱা, ময় তোমাক বিনয় করোঁ, ক্ষমা করা, যাকোব নো কেনেকৈ তিষ্ঠিব ? কিয়নো তেওঁ ক্ষুদ্র। [৩] তাতে যিহোৱাই এই বিষয়ে মন ঘুরালে ; প্রভু যিহোৱাই এয়ে নঘটিব বুলি কলে।

[৪] প্রভু যিহোৱাই মোক এই রূপে দেখুৱালে, দেখা, প্রভু যিহোৱাই দণ্ড দিবলৈ অগ্নি মাতিলে ; তাতে সেয়ে মহাসাগরক গ্রাস করি স্থলকো গ্রাস করিব খুজিলে। [৫] তেতিয়া ময় কলোঁ, হে প্রভু যিহোৱা, ময় তোমাক বিনয় করোঁ, ক্ষান্ত হোৱা, যাকোব নো কেনেকৈ তিষ্ঠিব ? কিয়নো তেওঁ ক্ষুদ্র। [৬] তাতে যিহো-ৱাই এই বিষয়ে মন ঘুরালে ; যিহোৱাই ইও নঘটিব বুলি কলে।

[৭] তেওঁ মোক এই রূপে দেখুৱালে, দেখা, প্রভুৱে হাতত এডাল ওলোম-জরী লৈ, ওলোম-জরী ব্যবহার করি সজা এটা গড়র ওচরত থিয় হৈ আছিল। [৮] আরু যিহোৱাই মোক কলে, হে আমোচ, তুমি কি দেখিছা ? তাতে ময় কলোঁ, এডাল ওলোম-জরী দেখিছোঁ। তেতিয়া প্রভুৱে কলে, দেখা, মোর প্রজা ইস্রায়েলর মাজত ময় এডাল ওলোম-জরী লগাম ; ময় সিবিলাকক আরু ক্ষমা নকরিম। [৯] ইচ্হাকর ওখ ঠাইবোর উচ্ছন্ন হব, আরু ইস্রায়েলর ধর্ম্ম-ধামবোর ধ্বংস করা হব ; ময় তরোৱাল লৈ যারবিয়ামর বংশর বিরুদ্ধে উঠিম।

[১০] সেই কালত বৈৎ-এলর পুরোহিত অম-চিয়াই ইস্রায়েলর রজা যারবিয়ামলৈ কৈ পঠালে, বোলে, ইস্রায়েল-বংশর মাজত তোমার অহিতে আমোচে চক্রান্ত করিছে ; দেশখনে তেওঁর বাক্য সমূলি সহিব নোৱারে। [১১] কিয়নো আমোচে এই কথা কৈছে, যারবিয়াম তরোৱালর দ্বারায় মরা পড়িব, আরু ইস্রায়েলক নিশ্চয়ে আপোন দেশর পরা দেশান্তর করা হব। [১২] পাছে অম-চিয়াই আমোচকো কলে, হে দর্শক, তুমি ইয়ার পরা যিহূদা দেশলৈ পলাই গৈ তাতেই জীবি-কার উলিওৱা, আরু তাতেই ভাববাণী প্রচার করা। [১৩] কিন্তু বৈৎ-এলত হলে আরু ভাব-বাণী প্রচার নকরিবা ; কিয়নো এয়ে রজার ধর্ম্মধাম, আরু এয়ে রাজপুরী। [১৪] তাতে

আমোচে উত্তর করি অমচিয়াক কলে, ময় ভাববাদী, নাইবা শিষ্য-ভাববাদী নাছিলোঁ; কিন্তু ময় পশু-রখীয়া আরু ডিমরু আপডাল করোঁতা আছিলোঁ। [১৫] যিহোবাই মোক মেরর জাক চরোবার পাছর পরা আনিলে; আরু যিহোবাই মোক কলে, তুমি গৈ মোর প্রজা ইস্রায়েলর আগত ভাববাণী প্রচার করাগৈ। [১৬] এই হেতুকে এতিয়া তুমি যিহোবার বাক্য শুনা; তুমি কৈছা, ইস্রায়েলর বিরুদ্ধে ভাববাণী প্রচার নকরিবা, ইচ্‌হাকর বংশর বিরুদ্ধে বাক্য নবর্ষিবা। [১৭] এই নিমিত্তে যিহোবাই এই কথা কৈছে, তোমার ভার্য্যা নগরখনত বেশ্যা হব, তোমার পো-জীবিলাক তরোৱালর দ্বারায় পতিত হব, আরু তোমার মাটি পরিমাণ-জরীরে ভগোৱা হব; তুমি নিজেও অশুচি দেশত মরিবা, আরু ইস্রায়েলক আপোন দেশর পরা নিশ্চয়ে দেশান্তর করা হব।

আমোচর চতুর্থ দর্শন। বিলাপর দিন।

৮ প্রভু যিহোবাই মোক এই রূপে দেখুৱালে, দেখা, এপাচি পকা গুটি। আরু তেওঁ কলে, হে আমোচ, তুমি কি দেখিছা? [২] তাতে ময় কলোঁ, এপাচি পকা গুটি। তেতিয়া যিহোবাই মোক কলে, মোর প্রজা ইস্রায়েল লোকবিলাকর অন্ত উপস্থিত, ময় সিবিলাকক আরু ক্ষমা নকরিম। [৩] প্রভু যিহোবাই কৈছে, সেই দিনা রাজ-গৃহর গানবোর হাহাকার-ধ্বনিত পরিণত হব; মরা-শব অনেক হব; লোকে যতে পাই তাতে সেইবোর "মনে মনে থাকা" বুলি কৈ পেলাই দিব। [৪] দরিদ্রক গ্রাস করোঁতা আরু দুঃখীয়াক নষ্ট করোঁতা যি তোমালোক, তোমালোকে এই কথা শুনা। [৫] তোমালোকে কোৱা, যে, আমি ঐফাক সরু, আরু চেকলক ডাঙর করি প্রবঞ্চনার তুলাচনিরে অন্যায় ব্যবহার করি শস্য বেচিবলৈ কেতিয়া ন জোনর, আরু ঘেঁহর ভঁরাল মেলিবলৈ কেতিয়া বিশ্রাম-বারর অন্ত হব? [৬] আমি রূপর নিমিত্তে দুঃখীয়াক, এযোর জোতার নিমিত্তে দরিদ্রক কিনিব, আরু ঘেঁহর পেলনীয়া ভাগ বেচিব খোজোঁ। [৭] যিহোবাই যাকোবর গৌরৱস্থানর শপথ করি কৈছে, নিশ্চয়ে ময় সিবিলাকর কার্য্যবোরর এটা কার্য্যকে কেতিয়াও নেপাহরিম। [৮] ইয়ার নিমিত্তে জানো দেশ নকঁপিব? আরু তার নিবাসী প্রতিজন জানো শোকাকুল নহব? এনে কি, দেশখন বড়কৈ ওফন্দি অহা নদীর নিচিনা হব, আস্ফালিত হৈ পুনরায় বহি যোৱা মিচরর নদীর নিচিনাই হব। [৯] প্রভু যিহোবাই কৈছে, সেই দিনা ময় দুপরত সূর্য্যক মার নিয়াম, আরু নির্ম্মল দিনা ময় পৃথিবীক অন্ধকার করিম। [১০] আরু ময় তোমালোকর উৎসব শোকত, আরু তোমালোকর আটাই গান বিলাপত পরিবর্ত্তন করিম; ময় আটাইরে কঁকালত চট পিন্ধাম, আরু প্রত্যেকর মূর টকলা করিম; একেটা পুত্রর নিমিত্তে শোক করাদি ময় দেশখনক শোক করাম, আরু তার অন্তিম কাল কষ্টদায়ক দিন যেন করিম। [১১] প্রভু যিহোবাই কৈছে, দেখা, যি দিনা ময় দেশত, অন্ন কি পানীর আকাল নহয়, কিন্তু যিহোবার বাক্য শুনার আকাল ঘটাম, সেই দিন আহিছে। [১২] আরু লোকে এক সাগরর পরা আন সাগরলৈ আরু উত্তরর পরা পূবলৈ ভ্রমণ করিব, আরু যিহোবার বাক্য বিচারিবলৈ ইফালে সিফালে লরি ফুরিব, কিন্তু তাক নেপাব। [১৩] সেই দিনা সুন্দরী যুবতী আরু যুবাবোরে পিয়াহত মূর্চ্ছিত হব। [১৪] যিবিলাকে চমরিয়ার পাপ-বস্তুর শপথ করি কয়, হে দান, তোমার ঈশ্বরর জীৱনর শপথ, আরু বের-চেবালৈ যোৱা চিরস্থায়ী বাটর শপথ, সিবিলাকো পতিত হব, কেতিয়াও আরু নুঠিব।

আমোচর পঞ্চম দর্শন। বন্দীত্বর পরিবর্ত্তন।

৯ ময় প্রভুক বেদিটোর ওচরত থিয় হৈ থকা দেখিলোঁ, আরু তেওঁ কলে, দুৱার-ডলিবোর লরিবর নিমিত্তে তুমি স্তম্ভবোরর মাথলাত আঘাত করা, আরু সেইবোর ডোখরডোখরকৈ ভাঙি আটাই লোকবিলাকর মূরর ওপরত পেলোৱা; ময় সিবিলাকর অবশিষ্টবিলাকক তরোৱালেরে বধ করিম; সিবিলাকর মাজর এজনেও পলাব নোৱারিব, আরু সিবিলাকর মাজর এজনেও সারিব নোৱারিব। [২] সিবিলাকে গাঁত খানি চিয়োললৈ গলেও, তার পরা মোর হাতে সিবিলাকক আনিব, আরু আকাশ-মণ্ড-

লৈগৈ উঠিলেও, তাৰ পৰা ময় সিবিলাকক নমাম। [৩] আৰু সিবিলাক কৰ্ম্মিলৰ টিঙত লুকাই থাকিলেও, ময় বিচাৰি তাৰ পৰা সিবিলাকক উলিয়াম; আৰু সিবিলাকে সাগৰৰ তলিত মোৰ দৃষ্টিৰ পৰা গুপ্ত থাকিলেও, সেই ঠাইতো ময় নাগক আজ্ঞা দিম, তাতে সি সিবিলাকক দংশিব। [৪] আৰু সিবিলাক আপোনাবিলাকৰ শত্ৰুৰ আগে আগে বন্দী-অৱস্থালৈ গলেও, তাতো ময় তৰোৱালখনক আজ্ঞা কৰিম, তাতে সেয়ে সিবিলাকক বধ কৰিব; আৰু মঙ্গলৰ নিমিত্তে নহয়, অমঙ্গলৰ নিমিত্তেহে ময় সিবিলাকলৈ দৃষ্টি ৰাখিম। [৫] কিয়নো, যি জনাই দেশখন চুলে সেয়ে পমি যায়, তাৰ আটাই নিবাসীয়ে শোক কৰে, বড়কৈ ওফন্দি অহা নদীৰ নিচিনা, পুনৰায় বহি যোৱা মিচৰৰ নদীৰ নিচিনাই হয়, বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱা সেই জনাই। [৬] যি জনাই আকাশ-মণ্ডলত আপোনাৰ খোঁটালীবোৰ সাজিলে, আৰু পৃথিবীৰ ওপৰত আপোনাৰ চন্দ্ৰতাপ স্থাপন কৰিলে, যি জনাই সমুদ্ৰৰ জল আহ্বান কৰি পৃথিবীৰ ওপৰত ঢালি দিয়ে, সেই জনা তেওঁ, যিহোৱা তেওঁৰ নাম। [৭] যিহোৱাই কৈছে, হে ইস্ৰায়েলৰ সন্তানবিলাক, তোমালোক জানো মোৰ মানত কূচীয়া সন্তানবিলাকৰ নিচিনা নোহোৱা? মিচৰ দেশৰ পৰা ইস্ৰায়েলক, কপ্তোৰৰ পৰা পলেষ্টীয়াবিলাকক, আৰু কীৰৰ পৰা অৰামীয়াবিলাকক জানো ময় উলিয়াই অনা নাই? [৮] দেখা, প্ৰভু যিহোৱাৰ চকু পাপিষ্ঠ ৰজ্যৰ ওপৰত আছে, আৰু ময় পৃথিৱীৰ ওপৰৰ পৰা তাক উচ্ছন্ন কৰিম; তথাপি, যিহোৱাই কৈছে, যাকোবৰ বংশক ময় নিঃশেষে উচ্ছন্ন নকৰিম। [৯] কিয়নো দেখা, ময় হুকুম দিম, আৰু এটী ক্ষুদ্ৰ ধানো মাটিত নপড়াকৈ এখন চালনিত চলায় দৰে আটাই জাতিৰ মাজত ইস্ৰায়েল-বংশক চালিম। [১০] অমঙ্গলে আমাৰ লগ নধৰিব, বা আমাৰ আগত উপস্থিত নহব বুলি কোৱা মোৰ প্ৰজাবিলাকৰ আটাই পাপী তৰোৱালৰ দ্বাৰায় মৰা পড়িব।

[১১] সেই দিনা ময় দায়ুদৰ পড়ি থকা পজাটো পুনৰায় তুলিম, আৰু তাৰ ফাটবোৰ মাৰিম; ময় তাৰ ভগাচিগাবোৰ বাতি তাক আগৰ নিচিনা কৰিম। [১২] মোৰ প্ৰজাবিলাকে ইদোমৰ অৱশিষ্ট ভাগ আৰু মোৰ নামেৰে প্ৰখ্যাত হোৱা আটাই জাতিক অধিকাৰ কৰিবলৈ ময় ইয়াক কৰিম, ইয়াৰ সাধনকৰ্ত্তা যিহোৱাই এই কথা কৈছে। [১৩] যিহোৱাই কৈছে, দেখা, যি দিনা হালোৱাই শস্য দাওঁতাক, দ্ৰাক্ষাগুটি গচকোঁতাই গুটি বওঁতাক লগ ধৰিব, আৰু পৰ্ব্বতবোৰৰ পৰা নতুন দ্ৰাক্ষাৰস জৰি জৰি পড়িব, আৰু আটাই উপপৰ্ব্বত পমি যাব, এনে দিন আহিছে। [১৪] আৰু ময় মোৰ প্ৰজা ইস্ৰায়েলৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম; তাতে সিবিলাকে ধ্বংস-নগৰবোৰ সাজি সেইবোৰত বাস কৰিব, দ্ৰাক্ষাবাৰী পাতি তাৰ ৰস পান কৰিব, আৰু বাৰী পাতি তাৰ ফল ভোগ কৰিব। [১৫] আৰু তোমাৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, ময় সিবিলাকৰ দেশত সিবিলাকক ৰুম, আৰু ময় দিয়া সিবিলাকৰ দেশৰ পৰা সিবিলাকক আৰু উঘলা নহব।

---

# ওবদিয়া ভাববাদীর পুস্তক।

[1] ওবদিয়ার দর্শন।

[*] ইদোমর বিনাশ।

প্রভু যিহোৱাই ইদোমর বিষয়ে এই কথা কৈছে। আমি যিহোৱার পরা বার্ত্তা শুনিলোঁ, আরু জাতিবিলাকর মাজলৈ এজন দূত পঠোৱা হল; তোমালোক উঠা, আমি তার অহিতে যুদ্ধ করিবলৈ উঠি যাওঁ। [2] দেখা, মই তোমাক জাতিবিলাকর মাজত সরু করিলোঁ; তোমাক অতিশয় হেয়জ্ঞান করা হল। [3] কোনে মোক মাটিলৈ নমাব? এই বুলি মনতে কোৱা, উচ্চ-স্থানত বাস করা, শিলর খোৰোঙত থকা যি তুমি, তোমার মনর অহঙ্কারে তোমাক প্রবঞ্চনা করিলে। [4] যিহোৱাই কৈছে, তুমি কুরর পক্ষীর নিচিনাকৈ ওপরলৈ উধালেও, আরু তোমার বাহ তরাবোরর মাজত স্থাপিত হলেও, মই তার পরা তোমাক নমাই আনিম। [5] তোমার ওচরলৈ যদি চোর, রাতি ডকাইত আহে, তেন্তে (তুমি কেনে উচ্ছন্ন!) সিহঁতে প্রয়োজনমতে চুর করি ক্ষান্ত নহব নে? বা তোমার ওচরলৈ দ্রাক্ষাগুটি চপাওঁতাবিলাক আহিলে সিহঁতে কিছু দ্রাক্ষাগুটি অবশিষ্ট নেরাখিব নে? [6] এচৌর সম্পত্তি কেনেকৈ বিচারি উলিওৱা হল! তার গুপ্ত ধনবোর কেনেকৈ অনুসন্ধান করি নিয়া হল! [7] তোমারে সৈতে সন্ধি স্থাপন করা আটাই লোকে তোমাক সীমালৈ নি বিদায় দিলে; তোমারে সৈতে মিলেরে থকা মানুহবিলাকে তোমাক প্রবঞ্চনা করিলে আরু ঘটুৱালে; তোমার অন্ন ভোজন করোঁতাবিলাকে তোমার তলত ফান্দ পাতে; ইদোমর একো বিবেচনা নাই। [8] যিহোৱাই কৈছে, সেই দিনা মই ইদোমর পরা জ্ঞানীবিলাকক উচ্ছন্ন নকরিম নে? আরু এচৌর পর্ব্বতর পরা বিবেচনা দূর নকরিম নে? [9] হে তৈমন, হত্যার দ্বারায় এচৌর পর্ব্বতর পরা তোমার আটাই বীর উচ্ছন্ন হবর নিমিত্তে, সিবিলাক বিহ্বল হব। [10] তোমার ভাই যাকোবলৈ করা অত্যাচারর নিমিত্তে লাজে তোমাক ঢাকিব, আরু তুমি চিরকাললৈকে উচ্ছন্ন হবা। [11] তুমি আঁতর হৈ থকা দিনা, বিদেশীবোরে তার ধন-সম্পত্তি লৈ যোৱা দিনা, আরু পরজাতিবোরে তার দুৱারত সোমাই যিরূচালেমর নিমিত্তে চিঠি খেলোৱা দিনা, তুমি সিহঁতর মাজর এজন যেন আছিলা। [12] কিন্তু তোমার ভায়েরার দিনা, তার বিষম দুর্দ্দশার দিনা তুমি তালৈ সন্তুষ্ট মনেরে নেচাবা, আরু যিহূদার সন্তানবিলাকর বিনাশর দিনা সিবিলাকর ওপরত আনন্দ নকরিবা, বা দুঃখর দিনা গর্ব্বেরে কথা নকবা। [13] তুমি মোর প্রজাবিলাকর আপদর দিনা সিবিলাকর নগরর দুৱারত নোসোমাবা, এনে কি, সিবিলাকর আপদর দিনা সিবিলাকর দুঃখলৈ সন্তুষ্ট মনেরে নেচাবা, বা সিবিলাকর আপদর দিনা সিবিলাকর ধন-সম্পত্তিত হাত নিদিবা। [14] তুমি পলরীয়াবিলাকক উচ্ছন্ন করিবলৈ দুই আলির মূরত থিয় নহবা, আরু দুঃখর দিনা তার অবশিষ্ট লোকক শত্রুর হাতত সোধাই নিদিবা। [15] কিয়নো আটাই জাতির বিরুদ্ধে যিহোৱার দিন ওচর চাপিছে; তুমি করার দরে তোমালৈ করা যাব, তোমার কার্য্যর ফল তোমার মূরর ওপরতে পড়িব। [16] কারণ মোর পবিত্র পর্ব্বতত তোমালোকে পান করার দরে, আটাই জাতিয়ে অনবরত পান করিব; এনে কি, সিহঁতে পান করি গেদ্‌বোরো গিলিব, আরু সিহঁত নোহোৱা যেন হব।

ইস্রায়েলর মঙ্গল।

[17] কিন্তু রক্ষা পোৱাবিলাক চিয়োন পর্ব্বতত থাকিব, আরু সেয়ে পবিত্র হব; আরু যাকো-

বৰ বংশই আপোনার আধিপত্য ভোগ করিব। [18] আৰু যাকোবৰ বংশ অগ্নি, যোচেফৰ বংশ অগ্নিশিখা, আৰু এচৌর বংশ নৰাম্বৰূপ হব; সিবিলাকে সিহঁতৰ মাজত জ্বলি সিহঁতক গ্রাস করিব, আৰু এচৌর বংশলৈ কোনো অৱশিষ্ট নেথাকিব; কিয়নো যিহোৱাই ইয়াক কলে। [19] আৰু দক্ষিণ অঞ্চলৰ লোকবিলাকে এচৌর পর্ব্বত, আৰু নিম্নভূমির লোকবিলাকে পলেষ্টীয়াবিলাকৰ দেশ অধিকার করিব; আৰু সিবিলাকে ইফ্রয়িমৰ আৰু চমরিয়াৰ ভূমি অধিকার করিব; আৰু বিন্যামীনে গিলিয়দ অধিকার করিব। [20] আৰু কনানীয়াবিলাকৰ মাজত বন্দী-অৱস্থাত থকা ইস্রায়েলৰ সন্তানবিলাকৰ এই সৈন্যসমূহে চারিফতলৈকে অধিকার করিব, আৰু চফারদত বন্দী-অৱস্থাত থকা যিরূচালেমৰ লোকবিলাকে দক্ষিণ অঞ্চলৰ নগরবোর অধিকার করিব। [21] আৰু এচৌর পর্ব্বতৰ বিচার করিবলৈ ত্রাণকর্ত্তাবিলাক চিয়োন পর্ব্বতত উঠিব; আৰু রাজ্য যিহোৱারেই হব।

---

# যোনা ভাববাদীর পুস্তক।

---

যোনাই মাছৰ পেটৰ পরা উদ্ধার পোৱা।

১ অমিত্তয়ৰ পুত্র যোনালৈ যিহোৱার বাক্য আহিল, বোলে, [2] তুমি উঠা, মহানগর নীনবিলৈ গৈ তার বিরুদ্ধে প্রচার করা; কিয়নো সিহঁতৰ দুষ্টতা মোর গুরি পালেহি। [3] কিন্তু যোনাই যিহোৱার সম্মুখৰ পরা তর্চীচলৈ পলাই যাবৰ নিমিত্তে উঠি যাফোলৈ নামি গৈ, তর্চীচলৈ যোৱা এখন জাহাজ পালে; তাতে তেওঁ তার কেরেয়া দি; যিহোৱার সম্মুখৰ পরা তর্চীচলৈ নাবিকবিলাকে সৈতে যাবৰ মনেরে তাত উঠিল। [4] কিন্তু যিহোৱাই সাগরলৈ বড় বতাহ পঠোৱাত, সাগরত মহাধুমুহা হল; তাতে জাহাজখন ভাগিব লগা হল। [5] তেতিয়া নাবিকবিলাকে ভয় পাই আপোন আপোন দেৱতার আগত চিঞরি প্রার্থনা করিলে, আৰু আপোনাবিলাকৰ নিমিত্তে জাহাজখন পাতল করিবলৈ, জাহাজত থকা মালবোর সাগরত পেলাই দিলে। কিন্তু যোনাই জাহাজৰ ভিতরলৈ নামি গৈ শুই ঘোর টোপনি গৈছিল। [6] তেতিয়া জাহাজৰ অধ্যক্ষই তেওঁৰ ওচরলৈ আহি তেওঁক কলে, হে টোপনিওৱা জন, তুমি কি করিছা? উঠি আপোন ঈশ্বরৰ আগত প্রার্থনা করা; কিজানি সেই ঈশ্বরে আমার বিষয়ে চিন্তা করিব, তাতে আমি নষ্ট নহওঁ। [7] পাছে সিহঁতে ইজনে সিজনে কোৱাকুই করিলে, বোলে, কার দোষত আমালৈ এই অমঙ্গল ঘটিছে, তাক জানিবৰ নিমিত্তে আমি চিঠি খেলাওঁহঁক দিয়া; এই বুলি সিহঁতে চিঠি খেলালত, যোনার নামত গুটি উঠিল। [8] তেতিয়া সিহঁতে তেওঁক কলে, আমি তোমাক মিনতি করোঁ, কার দোষত আমালৈ এই অমঙ্গল ঘটিছে, তাক আমাক কোৱা; তোমার ব্যবসায় কি? তুমি ক'র পরা আহিলা? তুমি কোন দেশৰ? আৰু তুমি কোন জাতীয়? [9] তাতে তেওঁ সিহঁতক কলে, ময় ইব্রী; জল আৰু স্থলৰ সৃষ্টিকর্ত্তা স্বর্গৰ ঈশ্বর যিহোৱালৈ ময় ভয় রাখোঁ। [10] তেতিয়া মানুহবিলাকে অতিশয় ভয় পাই তেওঁক কলে, তুমি এইটো কি করিলা? কিয়নো তেওঁ যে যিহোৱার সম্মুখৰ পরা পলাইছিল, তাক সিহঁতে জানিছিল, কারণ তেওঁ সিহঁতক কৈছিল।

[১১] পাছে, সাগর আমালৈ থির হবর নিমিত্তে আমি তোমাক কি করিম? এই বুলি সিহঁতে তেওঁক সুধিলে; কিয়নো সমুদ্রত ধুমুহা ক্রমেরে বেটী হৈছিল। [১২] তেতিয়া তেওঁ সিহঁতক কলে, মোক দাঙি সমুদ্রত পেলাই দিয়া, তাতে সাগর তোমালোকলৈ থির হব। কিয়নো মই জানো, যে, মোর কারণেহে এই মহাধুমুহা তোমালোকলৈ হৈছে। [১৩] তথাপি মানুহবিলাকে বাম পাবর নিমিত্তে পুনরায় বড়কৈ বাইছিল, কিন্তু নেপালে; কিয়নো সমুদ্রত ধুমুহা সিহঁতর বিরুদ্ধে ক্রমেরে বেটী হৈছিল। [১৪] এই হেতুকে সিহঁতে যিহোবার আগত কাতরোক্তি করি কলে, আমি আপোনাক বিনয় করোঁ, হে যিহোবা, আমি আপোনাক বিনয় করোঁ, এই মানুহর প্রাণর নিমিত্তে আমাক বিনষ্ট হবলৈ নিদিব, আরু নির্দ্দোষীর রক্তপাতর নিমিত্তে আমাক দোষী নকরিব; কিয়নো হে যিহোবা, আপুনি আপোনার ইচ্ছামতে করিলে; [১৫] এই বুলি সিহঁতে যোনাক দাঙি সাগরত পেলাই দিলে, তাতে সমুদ্রর ভয়ানক মূর্ত্তি নাইকিয়া হল। [১৬] তেতিয়া সেই মানুহবিলাকে যিহোবাক অত্যন্ত ভয় করিলে, আরু সিহঁতে যিহোবার উদ্দেশে এটা বলি উৎসর্গ করিলে, আরু কিবা দিবলৈ সঙ্কল্প করিলে। [১৭] কিন্তু যিহোবাই, যোনাক গিলি খবর নিমিত্তে এটা ডাঙর মাছ নিরূপণ করিছিল, আরু যোনা সেই মাছর পেটত

২ তিন দিন তিনি রাতি আছিল। সেই কালত যোনাই মাছর পেটর পরা আপোন ঈশ্বর যিহোবার আগত প্রার্থনা করিলে। [২] তেওঁ কলে,

মোর দুঃখর কারণে মই যিহোবার আগত প্রার্থনা করিলোঁ;
তাতে তেওঁ মোক উত্তর দিলে।
মই চিয়োলর ভিতরর পরা কাতরোক্তি করিলোঁ;
তুমি মোর স্বর শুনিলা।
[৩] কিয়নো তুমি গভীর জলত সমুদ্রর মাজত মোক পেলালা,
আরু সাগরর সোঁতে মোক বেরিলে,
তোমার আটাই ঢৌ, তোমার আটাই তরঙ্গ মোর ওপরেদি গল।
[৪] মই কলোঁ, মই তোমার দৃষ্টির পরা আঁতর হলোঁ,
তথাপি মই তোমার পবিত্র মন্দিরর ফাললৈ পুনরায় চাম।
[৫] মোর প্রাণর সংশয় হোবাকৈ জলসমূহে মোক বেরিলে;
অগাধ জল মোর চারিওকালে হল;
সাগরর বনবোরে মোর মূর মেরাই ধরিলে।
[৬] মই পর্ব্বতবোরর মূললৈকে নামি গলোঁ;
পৃথিবীয়ে আপোনার ভাংবোরেরে মোক চিরকাললৈকে বন্ধ করিলে;
তথাপি হে মোর ঈশ্বর যিহোবা, তুমি গাঁতর পরা মোর প্রাণ রক্ষা করিলা।
[৭] মোর প্রাণ মোর অন্তরত ব্যাকুল হোবা কালত মই যিহোবাক সোঁৱরণ করিলোঁ;
তাতে মোর প্রার্থনা তোমার ওচরত তোমার পবিত্র মন্দিরত উপস্থিত হল।
[৮] যিবিলাকে অসার বস্তুবোরক মানে,
সিবিলাকে আপোনাবিলাকর দয়া-নিধিক ত্যাগ করে।
[৯] কিন্তু মই হলে স্তুতিবাক্যেরে তোমার উদ্দেশে বলি উৎসর্গ করিম,
মই করা সঙ্কল্প সিদ্ধ করিম;
পরিত্রাণ যিহোবার পরা হয়।
[১০] পাছে যিহোবার আজ্ঞাত মাছটোৱে যোনাক বামত উকুলিয়াই দিলে।

যোনাই নীনবিত প্রচার করা, আরু তার ফল।

৩ পাছে দ্বিতীয়বার যোনালৈ যিহোবার বাক্য আহিল, বোলে, [২] তুমি উঠি সেই মহানগর নীনবিলৈ গৈ, যি কথা মই তোমাক প্রচার করিবলৈ কম, তাক সিহঁতর আগত প্রচার করা। [৩] তেতিয়া যোনা উঠি যিহোবার বাক্য অনুসারে নীনবিলৈ গল। নীনবি অতিশয় বৃহৎ, তিনদিনীয়া বাটর নগর। [৪] পাছে যোনাই নগরত সোমাই, নীনবি চল্লিশ দিনর মূরত নষ্ট হব, এই বুলি প্রচার করি করি এদিনর বাট গল। [৫] তাতে নীনবির মানুহবিলাকে ঈশ্বরত বিশ্বাস করি উপবাস ঘোষণা করিলে, আরু ডাঙরর পরা সরুলৈকে সকলোৱে চট কাপর পিন্ধিলে। [৬] আরু সেই বার্ত্তা নীনবির রজার কাণত পড়ি-

লগু, তেওঁ সিংহাসনর পরা উঠি, গার পরা রাজবস্ত্র সোলোকাই চট কাপর পিন্ধি ছাইত বহিল। [৭]আরু নীনবির সকলোতে রজার আরু তেওঁর মন্ত্রীবিলাকর আজ্ঞাত এই কথা প্রচার করা হল, যে, মানুহ কি পশুৱে, আরু গরুর জাক কি মেরর জাকে কোনো বস্তুর আস্বাদ নলওক; সিহঁতে আহার কি পানী নেখাওক; [৮]কিন্তু মানুহ আরু পশু সকলোৱে গাত চট কাপর লওক, আরু ঈশ্বরর আগত উচ্চ স্বরেরে কাতরোক্তি করোক, এনে কি, সিহঁত প্রত্যেকে আপোন আপোন মন্দ পথর পরা, আরু সিহঁতর হাতে করা অত্যাচারর পরা ঘুরোক। [৯]কোনে জানে? ঈশ্বরে ঘুরি মন পালটাব পারে, আরু আমি বিনষ্ট নহবর নিমিত্তে আপোনার প্রচণ্ড ক্রোধর পরা ক্ষান্ত হব পারে। [১০]তেতিয়া, ঈশ্বরে সিহঁতক আপোন আপোন মন্দ পথর পরা ঘুরা দেখি, সিহঁতলৈ তেওঁ মনস্থ করা অমঙ্গলর পরা মন পালটালে, তাক নকরিলে।

## ৪

কিন্তু ইয়াতে যোনাই অতিশয় বেজার পালে; আরু ক্রুদ্ধ হল। [২]তেওঁ যিহোৱার আগত প্রার্থনা করি কলে, হে যিহোৱা, ময় তোমাক মিনতি করোঁ, ময় নিজ দেশত থাকোঁতে সেই রূপে ভাবিছিলোঁ নহয় নে? এই কারণে ময় তর্চীচলৈ পলাবলৈ খর করিলোঁ; কিয়নো ময় জানিছিলোঁ, যে, তুমি কৃপালু ঈশ্বর, দয়ারে পরিপূর্ণ, ক্রোধত ধীর, দয়াত মহান, আরু অমঙ্গলর পরা মন পালটাওঁতা। [৩]এই হেতুকে হে যিহোৱা, মিনতি করোঁ, মোর পরা মোর প্রাণ লোৱা; কিয়নো ময় জীয়াই থকাতকৈ মরাই ভাল। [৪]তাতে যিহোৱাই কলে, তুমি ক্রোধ করি ভাল করিছা নে? [৫]পাছে যোনাই নগরখনর পরা ওলাই, নগরখনর পুবফালে বহিল, আরু তাত নিজর নিমিত্তে এটা পজা সাজি, নগরখনর কি দশা হব, তাক দেখিবর মনেরে তার তলত ছাঁত বহিল। [৬]আরু ঈশ্বর যিহোৱাই এজোপা এরা গছ নিরূপণ করিলে, আরু যোনাক তেওঁর দুঃখর পরা উদ্ধার করিবলৈ, তেওঁর মূরর ওপরত ছাঁ পড়িবর নিমিত্তে, তেওঁর ওপরলৈ তাক বঢ়ালে; তাতে যোনাই সেই এরা গছর কারণে অতিশয় আনন্দিত হল। [৭]কিন্তু ঈশ্বরে পাছদিনা অরুণোদয়র সময়ত এটা পোক নিরূপণ করিলে, আরু সি এরা গছডাল কুটাত, সেয়ে শুকাল। [৮]পাছে, সূর্য্য ওলোৱা সময়ত ঈশ্বরে পুবর গরম বতাহ আনিলে, আরু যোনার মূরত এনে র'দ লাগিল, যে, তেওঁ ক্লান্ত হৈ আপোনার মৃত্যু প্রার্থনা করি কলে, ময় জীয়াই থকাতকৈ মরাই ভাল। [৯]তেতিয়া ঈশ্বরে যোনাক কলে, তুমি এরা গছজোপার কারণে ক্রোধ করি ভাল করিছা নে? তাতে তেওঁ কলে, ময় মরি যোৱাকৈ ক্রোধ করি ভাল করিছোঁ। [১০]তেতিয়া যিহোৱাই কলে, তুমি পরিশ্রম নকরা, নবঢ়োৱা, একে রাতিতে গজি একে রাতিতে মরা এরা গছজোপালৈ তোমার দয়া লাগিল; [১১]তেনে হলে সোঁ হাত আরু বাওঁ হাতর মাজত প্রভেদ করিব নোৱরা এশ বিশ হাজারতকৈ অধিক মানুহ, আরু অনেক পশুও থকা সেই মহানগর নীনবিলৈ মোর দয়া নেলাগিব নে?

# মীখা ভাববাদীর পুস্তক।

১ যিহূদার রজা যোথম, আহজ, আরু হিষ্কিয়ার রাজত্বর কালত চমরিয়া আরু যিরূচালেমর বিষয়ে দর্শনত পোৱা, মোরেষ্টীয়া মীখালৈ অহা যিহোৱার বাক্য।

চমরিয়া আরু যিরূচালেমর ভাবী দণ্ড।
মীখার বিলাপ।

২ হে জাতিবিলাক, তোমালোক সকলোৱে শুনা, হে পৃথিবি আরু তাত থকা সকলো, কাণ পাতা। প্রভু যিহোৱা তোমালোকর বিরুদ্ধে সাক্ষী হওক, প্রভুৱে আপোন পবিত্র মন্দিরর পরা সাক্ষী হওক। ৩ কিয়নো দেখা, যিহোৱা আপোন ঠাইর পরা ওলাইছে; তেওঁ নামি পৃথিবীর উচ্চ-স্থানবোরর ওপরেদি গমন করিব। ৪ যেনেকৈ জুইর তাপত মম পমি যায়, আরু গড়া ঠাইত পানী ঢালিলে যেনেকৈ মাটি খানি নিয়ে, তেনেকৈ তেওঁর তরির তলত পর্ব্বতবোর পমি যাব, আরু উপত্যকাবোর খানি নিয়া হব। ৫ যাকোবর অপরাধর নিমিত্তে, আরু ইস্রায়েল-বংশর পাপর কারণেই এই সকলো হব, যাকোবর অপরাধ কি? চমরিয়া নহয় নে? আরু যিহূদার উচ্চ-স্থানবোর কি? যিরূচালেম নহয় নে? ৬ এই হেতুকে মই চমরিয়াক শিলর দ'ম থকা পথার, আরু দ্রাক্ষাবারীর গছ রোৱা ঠাই করিম; মই সেই নগরীর শিলবোর উপত্যকালৈ বগরাই পেলাম, আরু তাইর ভিত্তিমূল অনাবৃত করিম। ৭ আরু তাইর আটাই কটা-মূর্ত্তিবোর ভাঙ্গি ডোখর ডোখর করা যাব, বেচস্বরূপে পোৱা তাইর আটাই বস্তু জুইয়ে পোরা যাব, আরু তাইর আটাই প্রতিমাবোর মই উচ্ছন্ন করিম; কিয়নো তাই বেশ্যার বেচ-স্বরূপে সেইবোর গোটালে, আরু সেইবোর পুনরায় বেশ্যার বেচ হৈ যাব। ৮ এই কারণে মই বিলাপ আরু হাহাকার করিম, বিবস্ত্র আরু উলঙ্গ হৈ চলিম, শিয়ালর নিচিনাকৈ শবদ করি বিলাপ করিম, আরু উট চরাইর নিচিনাকৈ শোকধ্বনি করিম। ৯ কিয়নো তাইর ঘা চিকিৎসা করিব নোৱারি; কারণ সেয়ে যিহূদালৈকে আহিল, সেয়ে মোর প্রজাবিলাকর রাজদুৱার যিরূচালেম পালেহি। ১০ তোমালোকে গাত নগরত এই কথা নকবা, অকোত নেকান্দিবা, বৈৎ-লি-অফ্রাত ধূলিত বাগরা। ১১ হে চাফীর-নিবাসিনি, বিবস্ত্রা আরু লজ্জিত হৈ গমন করা; চানন-নিবাসিনী বাহির হোৱা নাই; বৈৎ-এচেলর বিলাপে তোমালোকক আশ্রয়র পরা বঞ্চিত করিছে। ১২ কিয়নো মঙ্গল গল দেখি মারোৎ-নিবাসিনীয়ে মনত দুঃখ পাইছে; কারণ যিরূচালেমর দুৱারলৈ যিহোৱার পরা অমঙ্গল নামি আহিল। ১৩ হে লাখীচ-নিবাসিনি, রথত বেগী ঘোঁরা লগোৱা। চিয়োন-জীয়ারীর পাপ তার পরাই আরম্ভ হৈছে; কিয়নো ইস্রায়েলর অধর্ম্মবোর তোমার মাজত পোৱা গল। ১৪ এই হেতুকে তুমি মোরেচৎ-গতক ত্যাগ-পত্র দিবা; ইস্রায়েলর রজাবিলাকলৈ অকজীবর ঘরবোর প্রবঞ্চক জুরীস্বরূপ হব। ১৫ অধিকন্তু হে মারেচা-নিবাসিনি, যি জন তোমার অধিকারী হব, এনে জনক মই তোমার ওচরলৈ আনিম; ইস্রায়েলর গৌরব অদুল্লমলৈকে যাব। ১৬ তুমি আপোন মরমর সন্তানর শোকত চুলি কাটি মূর টকলা করা, শগুনর নিচিনাকৈ তোমার টকলা বঢ়োৱা; কিয়নো সিহঁত তোমার পরা দেশান্তরলৈ গল।

ইস্রায়েলর প্রধানবিলাকর পাপ। ইস্রায়েলর পুনঃস্থাপন।

২ যিবোরে আপোন আপোন শয্যাত অধর্ম্ম কল্পনা করে, আরু কুকর্ম্ম চিন্তা করে, সিহঁতর সন্তাপ হব। রাতি পুৱালেই সিহঁতে তাক সিদ্ধ

করে; কারণ সেয়ে সিহঁতর হাতর ক্ষমতার অধীন। [2] সিহঁতে পথারলৈ লোভ করি সেইবোর বলেরে লয়, আরু ঘরলৈ লোভ করি সেইবোর হরণ করে; এই রূপে সিহঁতে পুরুষ আরু তার ঘর, এনে কি, মানুহ আরু তার পৈতৃক আধিপত্যলৈ অত্যাচার করে। [3] এই হেতুকে যিহোবাই এই কথা কৈছে, দেখা, যি অমঙ্গল-যুঁবলির পরা তোমালোকে আপোন আপোন ডিঙি গুচাব নোৱারিবা, আরু গর্ব্বেরে চলিব নোৱারিবা, এনে অমঙ্গল এই গোষ্ঠীর অহিতেময় কল্পনা করোঁ; কিয়নো এয়ে দুঃখর সময়। [4] সেই দিনা লোকে তোমালোকর বিষয়ে প্রবাদ ব্যবহার করিব, শোকপূর্ণ বিলাপর গান ধরি কব, আমি একেবারে বিনষ্ট হলোঁ; তেওঁ মোর জাতির অংশ অন্যর হাতত দিছে; তেওঁ মোর পরা তাক কেনেকৈ দূর করিছে! বিদ্রোহীইঁতক তেওঁ আমার পথারবোর ভাগ করি দিছে। [5] এই হেতুকে চিঠিখেলেরে পরিমাণ-জরী পারিবলৈ যিহোবার সমাজত তোমার কোনো নেথাকিব। [6] "তোমালোকে ভাববাণী প্রচার নকরিবা; যিবিলাকে এইবোরর বিষয়ে ভাববাণী প্রচার নকরিব, সিবিলাকেহে ভাববাণী প্রচার করিব লাগে। বিকর্থনা মুগুচে।" [7] হে যাকোবর বংশ, এইটো কি কথা? যিহোবার আত্মা অধৈর্য্য নে? এইবোর তেওঁর কার্য্য নে? সরলভাবে চলোঁতা জনক মোর বাক্যই উপকার নকরে নে? [8] কিন্তু অলপ দিনর পরা মোর প্রজাবিলাক শত্রুর নিচিনা হৈ উঠিছে; যুদ্ধ করিবলৈ ইচ্ছা নোহোৱা নিশ্চিন্তে থকা পথিকবিলাকর তলর পোচাকর পরা ওপরর জামা তোমালোকে সোলোকাই লৈছা; [9] তোমালোকে মোর প্রজাবিলাকর তিরুতাবিলাকক সিবিলাকর মনোহর ঘরর পরা খেদাই দিছা; সিবিলাকর সন্তানবিলাকর পরা ময় দিয়া শোভা তোমালোকে সদাকাললৈকে গুচাইছা। [10] তোমালোক উঠা, যোৱা, কিয়নো এয়ে তোমালোকর বিশ্রামর ঠাই নহয়; কারণ অশুচিতার দ্বারায় তোমালোক বিনষ্ট হবা, আরু সেই বিনাশ ভয়ানক হব।' [11] বায়ু আরু মিছার অনুগামী কোনো লোকে যদি মিছাকৈ কয়, বোলে, ময় তোমার পক্ষে দ্রাক্ষারস আরু সুরাপানর বিষয়ে ভাববাণী প্রচার করিম, তেন্তে সিয়েই এই লোকবিলাকর ভাববাদী হব।

[12] হে যাকোব, ময় নিশ্চয়ে তোমার সকলো লোকক গোটাম; ময় নিশ্চয়ে ইস্রায়েলর অবশিষ্ট ভাগক গোটাম; গঁরালত থকা মেরবোরর নিচিনাকৈ, আরু চরণী পথারর মাজত থকা এজাক মেরর নিচিনাকৈ ময় সিবিলাকক একেলগ করিম; মানুহ অধিক হোৱার কারণে সিবিলাকে কোঢ়াল করিব। [13] ভাঙি বাট উলিওৱা জনা সিবিলাকর আগে আগে উঠি গল; সিবিলাকে ভাঙি বাট উলিয়াই দুৱারর গুরিলৈ গৈ সেই পোনেদি বাহির হল; সিবিলাকর রজা সিবিলাকর আগে আগে চলি গল, যিহোবা সিবিলাকর অগ্রগামী হল।

৩ আরু ময় কলোঁ, ভালক ঘিণ করোঁতা, আরু বেয়াক ভাল পাওঁতা, লোকবিলাকর পরা ছাল আরু সিবিলাকর হাড়র পরা মাংস এরুৱাওঁতা, [2] আরু মোর প্রজাবিলাকর মাংস খাওঁতা, আরু সিবিলাকর ছাল বখলিয়াওঁতা আরু হাড় ভাঙোতা, এনে কি, কেরাহিত আরু টৌত দিয়া মাংসর দরে সিবিলাকক ডোখরডোখরকৈ কাটোঁতা [3] হে যাকোবর মুখ্যবিলাক আরু ইস্রায়েল-বংশর শাসনকর্ত্তাবিলাক, তোমালোকে শুনা, তোমালোকে সুবিচার জনা উচিত নহয় নে? [4] সেই সময়ত সিবিলাকে যিহোবার আগত কাতরোক্তি করিব, কিন্তু তেওঁ সিবিলাকক উত্তর নিদিব; এনে কি, সিবিলাকর কার্য্যর দ্বারায় সিবিলাকে কুকর্ম্ম সিদ্ধ করার উচিত প্রতিফলস্বরূপে সেই সময়ত তেওঁ সিবিলাকর পরা আপোন মুখ ঢাকিব। [5] যি ভাববাদীবোরে মোর প্রজাবিলাকক ভ্রান্ত করে, আপোনাবিলাকর দাঁতেরে মঙহ চোবাই চোবাই মঙ্গল বুলি চিঞরি কয়, আরু আপোনাবিলাকর মুখত একো নিদিয়া লোকর বিরুদ্ধে যুদ্ধ নিরূপণ করে, সেই ভাববাদীবোরর বিরুদ্ধে যিহোবাই এই কথা কৈছে, [6] নিশ্চয়ে তোমালোকে দর্শন পাব নোৱরাকৈ তোমালোকলৈ রাতি হব, আরু তোমালোকে মঙ্গল চাব নোৱরাকৈ তোমালোকলৈ আন্ধার হব; সেই ভাববাদীবোরর ওপরত সূর্য্য মার যাব, আরু দিন

সিহঁতৰ ওপৰত ভাববাদীবিলাকৰ ওপৰত ডাৱৰীয়া হব। [৭] তাতে দৰ্শকবোৰে লাজ পাব, মঙ্গলভিবোৰ বিবৰ্ণ হব, এনে কি, সিহঁত আটায়ে ডাড়ি ঢাকিব; কিয়নো ঈশ্বৰৰ উত্তৰ নাই। [৮] কিন্তু যাকোবক তাৰ অপৰাধ আৰু ইস্ৰায়েলক তাৰ পাপ বুজাবৰ নিমিত্তে মই নিশ্চয়ে যিহোৱাৰ আত্মাৰ দ্বাৰায় শক্তি, ন্যায় বিচাৰ, আৰু সাহসেৰে পৰিপূৰ্ণ। [৯] ন্যায়বিচাৰ ঘিণ কৰোঁতা আৰু সকলো ন্যায়ৰ বিপৰীত কৰোঁতা হে যাকোবৰ মুখ্যবিলাক আৰু ইস্ৰায়েল-বংশৰ শাসনকৰ্ত্তাবিলাক, এই কথা শুনা। [১০] সিবিলাকে ৰক্তপাতেৰে চিয়োন, আৰু অধৰ্ম্মেৰে যিৰূচালেম সাজে। [১১] তাৰ মুখ্যবিলাকে ভেঁটিৰ অৰ্থে বিচাৰ কৰে, তাৰ পুৰোহিতবিলাকে বেচৰ অৰ্থে শিক্ষা দিয়ে, আৰু তাৰ ভাববাদীবিলাকে ধনৰ অৰ্থে মঙ্গল চায়; তথাপি সিবিলাকে যিহোৱাৰ ওপৰত নিৰ্ভৰ কৰি কয়, আমাৰ মাজত যিহোৱা নাই নে? কোনো আপদ আমালৈ নঘটিব। [১২] এই হেতুকে চিয়োনক তোমালোকৰ কাৰণে পথাৰৰ নিচিনাকৈ চহোৱা হব, যিৰূচালেম ভগ্নৰাশি হব, আৰু গৃহটী থকা পৰ্ব্বতটো কাঠনিৰ ওখ ঠাইবোৰৰ নিচিনা হব।

### ইস্ৰায়েলৰ ভাবী মঙ্গল।

**৪** কিন্তু অন্তিম কালত এই ৰূপ ঘটিব, যে, যিহোৱাৰ গৃহৰ পৰ্ব্বতটী পৰ্ব্বতবোৰতকৈয়ো ওখত স্থাপন কৰা হব, আৰু গিৰিবোৰতকৈয়ো ওখ কৰা হব; তাতে জাতিবোৰে সোঁত বোৱাৰ দৰে তালৈ বৈ যাব। [২] অনেক জাতিয়ে ওলাই কব, বলা, আমি যিহোৱাৰ পৰ্ব্বতটীলৈ, যাকোবৰ ঈশ্বৰৰ গৃহটীলৈ উঠি যাওঁহঁক; তেওঁ আমাক আপোন পথৰ বিষয়ে শিক্ষা দিব, তাতে আমি তেওঁৰ পথত গমন কৰিম।" কিয়নো চিয়োনৰ পৰা ব্যৱস্থা আৰু যিৰূচালেমৰ পৰা যিহোৱাৰ বাক্য ওলাব। [৩] তেওঁ জাতিবোৰৰ মাজত সোধ কৰিব, আৰু দূৰত থকা বলৱন্ত জাতিবোৰৰ নিমিত্তে বিচাৰ নিষ্পত্তি কৰিব; তাতে সিহঁতে আপোন আপোন তৰোৱাল ভাঙি নাঙলৰ ফাল গঢ়াব, আৰু আপোন আপোন বৰশা ভাঙি কলম দিয়া কটাৰি গঢ়াই লব। এক জাতিয়ে আন জাতিৰ বিৰুদ্ধে তৰোৱাল নেদাঙিব, সিহঁতে যুদ্ধবিদ্যা আৰু নিশিকিব। [৪] কিন্তু প্ৰতিজনে আপোন আপোন দ্ৰাক্ষালতাৰ আৰু ডিমৰু গছৰ তলত বহিব, আৰু কোনেও সিহঁতক ভয় নলগাব; কিয়নো বাহিনীবিলাকৰ যিহোৱাই নিজ মুখেৰে এই কথা কলে। [৫] যদিও আটাই জাতিয়ে আপোন আপোন দেৱতাৰ নামেৰে চলে, তথাপি আমি হলে যুগে যুগে চিৰকাললৈকে আমাৰ ঈশ্বৰ যিহোৱাৰ নামেৰেহে চলিম।

[৬] যিহোৱাই কৈছে, সেই দিনা মই লেঙেৰীজনীক গোটাম, খেদাই দিয়া আৰু মই দুঃখ দিয়া জনীক একে লগ কৰিম; [৭] আৰু মই লেঙেৰীজনীক এক অৱশিষ্ট ভাগ কৰি ৰাখিম, দূৰীকৃত জনীক এক বলী জাতি কৰিম; আৰু যিহোৱাই তেতিয়াৰ পৰা চিৰকাললৈকে চিয়োন পৰ্ব্বতত সিবিলাকৰ ওপৰত ৰাজত্ব কৰিব। [৮] আৰু হে মেৰৰ জাকৰ দুৰ্গ, হে চিয়োন-জীয়াৰীৰ পৰ্ব্বত, তোমালৈ ৰাজ্য আহিব, এনে কি, আগৰ প্ৰভুত্ব, যিৰূচালেম-জীয়াৰীৰ ৰাজ্য আহিব। [৯] তেন্তে তুমি কিয় বৰকৈ কান্দিছা? প্ৰসৱকাৰিণী তিৰুতাৰ দৰে তোমাক যে বেদনাই ধৰিছে, তোমাৰ মাজত ৰজা নাই নে? তোমাৰ মন্ত্ৰী বিনষ্ট হল নে? [১০] হে চিয়োন-জীয়াৰী, প্ৰসৱকাৰিণী তিৰুতাৰ দৰে বেদনাপ্ৰাপ্ত হৈ ওপজাবলৈ বল দিয়া; কিয়নো তুমি এতিয়া নগৰৰ পৰা ওলাই পথাৰত থাকিব লাগিব, আৰু বাবিললৈকে যাব লাগিব; সেই ঠাইতেই তুমি উদ্ধাৰ পাবা, সেই ঠাইতেই যিহোৱাই তোমাৰ শত্ৰুৰ হাতৰ পৰা তোমাক মুক্ত কৰিব। [১১] আৰু চিয়োন অশুচি হওক, আমি নিজ চকুৰে চিয়োনৰ ওপৰত আমাৰ ইচ্ছা পূৰ হোৱা দেখোঁহঁক, এই বুলি কোৱা অনেক জাতিয়ে এতিয়া তোমাৰ অহিতে গোট খাইছে। [১২] কিন্তু সিহঁতে যিহোৱাৰ কল্পনাবোৰ নেজানে, আৰু তেওঁৰ মন্ত্ৰণা নুবুজে; কিয়নো তেওঁ সিহঁতক মৰণা মৰা খলাত ডাঙৰি গোটোৱাদি গোটাইছে। [১৩] হে চিয়োন-জীয়াৰী, উঠা, আৰু মাৰা; কিয়নো মই তোমাৰ শিঙ লোহাৰ আৰু তোমাৰ খুৰা পিত্তলৰ কৰিম। তাতে তুমি অনেক জাতিক মাৰি ডোখৰ ডোখৰ কৰিবা; আৰু তুমি সিহঁতৰ পৰা পোৱা লাভ

যিহোৱার উদ্দেশে, আৰু তুমি সিহঁতৰ পৰা পোৱা ধন-সম্পত্তি গোটেই পৃথিবীৰ প্ৰভুৰ উদ্দেশে উৎসৰ্গ কৰিবা। ৫ হে সৈন্যদলস্বৰূপা জীয়াৰী, দল দল হৈ গোট খোৱা ; শত্ৰুৱে আমাক অৱৰোধ কৰিছে, সিহঁতে ইস্ৰায়েলৰ বিচাৰপতিৰ গালত এডাল দণ্ডেৰে প্ৰহাৰ কৰিব।

অভিষিক্ত জনাৰ আগমন।

[২] কিন্তু হে বৈৎ-লেহম-ইফ্ৰাথা, যিহুদাৰ গোষ্ঠীবোৰৰ মাজত গণ্য হবলৈ অতি ক্ষুদ্ৰ যি তুমি, তোমাৰ পৰা, ইস্ৰায়েলত অধিপতি হবলৈ মোৰ উদ্দেশে এজনা উৎপন্ন হব ; পূৰ্ব্বকালৰ পৰা, অনাদি কালৰ পৰা তেওঁৰ উৎপত্তি। [৩] এই হেতুকে প্ৰসৱকাৰিণীয়ে প্ৰসৱ নকৰালৈকে তেওঁ সিবিলাকক ত্যাগ কৰিব ; তেতিয়া তেওঁৰ ভাইবিলাকৰ অৱশিষ্ট ভাগ ইস্ৰায়েলৰ সন্তানবিলাকলৈ উলটি আহিব। [৪] আৰু তেওঁ থিয় হৈ যিহোৱাৰ শক্তিত, আপোন ঈশ্বৰ যিহোৱাৰ নামৰ মহিমাত আপোনাৰ জাক চৰাব, আৰু সিবিলাকে নিৰাপদে বাস কৰিব ; কিয়নো তেওঁ পৃথিবীৰ অন্তলৈকে মহান হব। [৫] আৰু সেই জনাই আমাৰ শান্তি হব ; যেতিয়া অচূৰে আমাৰ দেশত সোমাই আমাৰ অট্টালিকাবোৰত ভৰি দিব, তেতিয়া আমি তাৰ অহিতে সাত জন মেৰ-ৰখীয়া, আঠ জন প্ৰধান লোকক তুলিম। [৬] সিবিলাকে তৰোৱালেৰে অচূৰ দেশ, নগৰবোৰৰ দুৱাৰত নিম্ৰোদৰ দেশ উচ্ছন্ন কৰিব ; যেতিয়া অচূৰে আমাৰ দেশত সোমাই আমাৰ সীমাৰ ভিতৰত ভৰি দিব, তেতিয়া তেওঁ সিহঁতৰ পৰা আমাক উদ্ধাৰ কৰিব। [৭] মানুহলৈ অপেক্ষা নকৰা, বা মনুষ্য-সন্তানবিলাকলৈ বাট নোচোৱা, যিহোৱাৰ পৰা অহা নিয়ৰ যেন, আৰু ঘাঁহৰ ওপৰত পৰা বৰষুণৰ জাক যেন হৈ যাকোবৰ অৱশিষ্ট ভাগ অনেক জাতিৰ মাজত হব। [৮] যি সিংহই জাকৰ মাজেদি গৈ, কোনেও উদ্ধাৰ কৰিব নোৱৰাকৈ সিহঁতক গচকে আৰু ডোখৰ ডোখৰ কৰে, কাঠনিৰ পশুবোৰৰ মাজত থকা এনে সিংহ, মেৰৰ জাকবোৰৰ মাজত থকা এনে যুবা সিংহ যেন হৈ যাকোবৰ অৱশিষ্ট ভাগ জাতিবিলাকৰ মাজত, অনেক লোক-বিলাকৰ মাজতেই হব। [৯] তোমাৰ হাত তোমাৰ শত্ৰুবোৰৰ ওপৰত তোলা হওক, আৰু তোমাৰ আটাই শত্ৰুক উচ্ছন্ন কৰা হওক।

[১০] আৰু যিহোৱাই কৈছে, সেই দিনা মই তোমাৰ মাজৰ পৰা তোমাৰ ঘোঁৰাবোৰ উচ্ছন্ন কৰিম, আৰু তোমাৰ ৰথবোৰ বিনষ্ট কৰিম ; [১১] মই তোমাৰ দেশৰ নগৰবোৰ উচ্ছন্ন কৰিম, আৰু তোমাৰ দৃঢ় কোঁঠবোৰ ভাঙ্গি পেলাম ; [১২] মই তোমাৰ হাতৰ পৰা আটাই মায়াকাৰ্য্য উচ্ছন্ন কৰিম, তোমাৰ গণক আৰু নহব ; [১৩] মই তোমাৰ মাজৰ পৰা তোমাৰ কটা-প্ৰতিমাবোৰ, আৰু তোমাৰ স্তম্ভবোৰ উচ্ছন্ন কৰিম, তুমি আপোন হাতৰ কাৰ্য্যৰ আগত আৰু প্ৰণিপাত নকৰিবা ; [১৪] মই তোমাৰ মাজৰ পৰা আচেৰা মূৰ্ত্তিবোৰ উঘালি পেলাম, আৰু তোমাৰ নগৰ-বোৰ বিনষ্ট কৰিম ; [১৫] আৰু আওকাণ কৰা জাতিবোৰৰ ওপৰত মই ৰাগত আৰু ক্ৰোধত প্ৰতিকাৰ সাধিম।

যিহোৱাৰ বিবাদ। লোকবিলাকৰ উত্তৰ।

৬ যিহোৱাই যি কৈছে, তাক তোমালোকে শুনা ; তুমি উঠি পৰ্ব্বতবোৰৰ সম্মুখত প্ৰতি-বাদ কৰা, আৰু গিৰিবোৰে তোমাৰ মাত শুনোক। [২] হে পৰ্ব্বতবিলাক, হে পৃথিবীৰ চিৰস্থায়ী মূলবিলাক, যিহোৱাৰ প্ৰতিবাদ শুনা ; কিয়নো আপোন প্ৰজাবিলাকে সৈতে যিহোৱাৰ বিবাদ হৈছে, তেওঁ ইস্ৰায়েলৰ লগত প্ৰতিবাদ কৰিব। [৩] হে মোৰ প্ৰজাবিলাক, মই তোমা-লোকক কি কৰিলোঁ ? আৰু কিহত তোমা-লোকক ক্লান্ত কৰিলোঁ ? মোৰ অহিতে সাক্ষ্য দিয়া। [৪] কিয়নো মই তোমালোকক মিচৰ দেশৰ পৰা উলিয়াই আনিলোঁ, আৰু বন্দী-ঘৰৰ পৰা তোমালোকক মুক্ত কৰিলোঁ ; মই তোমালোকৰ আগে আগে মোচি, হাৰোণ, আৰু মিৰিয়মক পঠালোঁ। [৫] হে মোৰ প্ৰজাবিলাক, মোৱাবৰ ৰজা বালাকে কি আলচ কৰিছিল, আৰু বিয়োৰৰ পুতেক বিলিয়মে তেওঁক কি উত্তৰ দিছিল, তাক সোঁৱৰণ কৰা ; তোমা-লোকে যিহোৱাৰ ন্যায় কাৰ্য্যবোৰ জানিবৰ নিমিত্তে চিটীমৰ পৰা গিল্‌গললৈকে কি ঘটি-ছিল, তাক সোঁৱৰণ কৰা। [৬] মই কি লৈ যিহোৱাৰ আগলৈ যাম, আৰু সৰ্ব্বোপৰি ঈশ্ব-

ৰক প্ৰণাম কৰিম ? ময় হোম-বলিস্বৰূপে এবছৰীয়া দামুৰি লৈ তেওঁৰ আগলৈ যাম নে ? ৭ হাজাৰ হাজাৰ মেৰ, বা অযুত অযুত তেলৰ সুঁতীত যিহোৱা সন্তুষ্ট হব নে ? মোৰ অপৰাধৰ নিমিত্তে মোৰ প্ৰথমে জন্মা পুত্ৰক, মোৰ পাপৰ কাৰণে মোৰ ঔৰসৰ ফল দান কৰিম নে ? ৮ হে মনুষ্য, যি ভাল, তাক তেওঁ তোমাক দেখুৱালে; আৰু ন্যায় কাৰ্য্য কৰাৰ, দয়া ভাল পোৱাৰ, আৰু নম্ৰভাৱে আপোন ঈশ্বৰে সৈতে চলাৰ বাহিৰে যিহোৱাই তোমাৰ পৰা আৰু কি বিচাৰে ?

দোষৰ কাৰণে ইস্ৰায়েলে ভোগ কৰিব লগীয়া দণ্ড। ইস্ৰায়েলৰ ভাবী উন্নতি।

৯ যিহোৱাই বৰ মাতেৰে নগৰখনক কথা কৈছে, আৰু জ্ঞানী জনে তোমাৰ নাম মানিব; তোমালোকে দণ্ডডালিলৈ আৰু তাক নিৰূপণ কৰা জনালৈ মন দিয়া। ১০ দুষ্টৰ ঘৰত দুষ্টতাৰ ধন আৰু কম পৰিমাণৰ ঘিণলগীয়া ঐফা এতিয়াও আছে নে ? ১১ অন্যায় পাল্লাৰে আৰু প্ৰবঞ্চক ডগাৰ থৈলাৰে ময় নিৰ্দ্দোষী হম নে ? ১২ সেই নগৰৰ ধনীবোৰ অত্যাচাৰেৰে পৰিপূৰ্ণ, তাৰ নিবাসীবোৰে মিছা কথা কয়, আৰু সিহঁতৰ মুখত ছল কৰা জিবা আছে। ১৩ এই হেতুকে ময়ো সাংঘাতিক আঘাতেৰে তোমাক আঘাত কৰিলোঁ; তোমাৰ পাপবোৰৰ কাৰণে ময় তোমাক ধ্বংস কৰিলোঁ। ১৪ তুমি খাবলৈ পাবা, কিন্তু তৃপ্ত নহবা, তোমাৰ পেট খালি থাকিব; তুমি স্থানান্তৰ কৰিবা, কিন্তু একো ৰক্ষা কৰিব নোৱাৰিবা; যি ৰক্ষা কৰিবা; তাক ময় তৰোৱালক সোধাই দিম। ১৫ তুমি কঠিয়া সিঁচিও শস্য দাবলৈ নেপাবা; তুমি জিত গুটি গচকিও তেল ঘঁহিবলৈ নেপাবা; আৰু দ্ৰাক্ষাগুটি গচকিও, তাৰ ৰস পান কৰিবলৈ নেপাবা। ১৬ কিয়নো, ময় যেন তোমাক ধ্বংসস্থান, আৰু দেশ-নিবাসীবিলাকক ইচ ইচৰ বিষয় কৰিম, এই নিমিত্তে অম্ৰীৰ বিধিবোৰ পালন কৰা হৈছে, আৰু আহাব-বংশৰ কাৰ্য্যমতে কাৰ্য্য কৰা হৈছে, আৰু তোমালোকে সিহঁতৰ আলচত চলিছা; তোমালোকে মোৰ প্ৰজাবিলাকৰ ধিক্কাৰৰ ভাৰ ববা।

৭ মোৰ সন্তাপ হল; কিয়নো ময়, খামকালৰ গুটি চপোৱাৰ, চেৰ পৰা দ্ৰাক্ষাগুটি গোটোৱাৰ পাছত গুটি বিচৰাবিলাকৰ নিচিনা হলোঁ; খাবলৈ এথোপাও নাই, মোৰ প্ৰাণে হাবিয়াহ কৰা প্ৰথমে পকা ডিমৰু গুটিও নাই। ২ পৃথিবীৰ পৰা সাধু লোক উচ্ছন্ন হল, মানুহবিলাকৰ মাজত ধাৰ্ম্মিক লোক কোনো নাই; সিহঁত আটায়ে ৰক্তপাত কৰিবলৈ খাপ দি থাকে, সিহঁত প্ৰতিজনে আপোন আপোন ভাইক জালেৰে ধৰিবলৈ চেষ্টা কৰে। ৩ সিহঁতৰ হাত দুখন পৰিশ্ৰমেৰে মন্দ কাৰ্য্য কৰিবলৈ যুগুত; অধিপতিয়ে খোজে, আৰু বিচাৰকৰ্ত্তাই ভেঁটিৰ অৰ্থে কাৰ্য্য কৰে, আৰু বৰ লোকে আপোন মনৰ দুষ্টতা মুখেৰে প্ৰকাশ কৰে; সিহঁত সকলোৱে মিলি জাল গোঁঠে। ৪ সিহঁতৰ মাজৰ উত্তম জন চোৰাতৰ নিচিনা, অতি সৰল জন কাঁইটীয়া জেওৰাতকৈয়ো বেয়া; তোমাৰ প্ৰহৰীবিলাকৰ দিন, তোমাৰ দণ্ডৰ দিনেই উপস্থিত; এতিয়া সিহঁত ব্যাকুল হব। ৫ তোমালোকে বন্ধুত প্ৰত্যয় নকৰিবা, প্ৰণয়ৰ বন্ধুত বিশ্বাস নকৰিবা; তোমাৰ বুকুত শোওঁতা জনীৰ পৰা আপোন মুখৰ দুৱাৰ বন্ধ কৰা। ৬ কিয়নো পুতেকে বাপেকক অমান্য কৰে, জীয়েক আপোন মাকৰ, আৰু বোৱাৰীয়েক আপোন শাহুৱেকৰ বিৰুদ্ধে উঠে; আপোন আপোন পৰিয়ালেই মানুহৰ শত্ৰু হয়।

৭ কিন্তু ময় হলে, যিহোৱালৈ অপেক্ষা কৰিম, মোৰ ত্ৰাণকৰ্ত্তা ঈশ্বৰলৈ বাট চাম; মোৰ ঈশ্বৰে মোলৈ কাণ দিব। ৮ হে মোৰ শত্ৰো, মোৰ অহিতে আনন্দ নকৰিবা; যদিও ময় পৰিলোঁ, তথাপি ময় আকৌ উঠিম, আৰু যদিও ময় আন্ধাৰত বহিছোঁ, তথাপি মোৰ পক্ষে যিহোৱা পোহৰ হব। ৯ যিহোৱাই মোৰ অভিযোগ প্ৰতিবাদ, আৰু মোৰ নিমিত্তে বিচাৰ নিষ্পত্তি নকৰালৈকে, তেওঁৰ অহিতে ময় পাপ কৰাৰ কাৰণে ময় তেওঁৰ ক্ৰোধৰ ভাৰ বম; তেওঁ মোক পোহৰলৈ আনিব, তাতে ময় তেওঁৰ ন্যায় কাৰ্য্য দেখিবলৈ পাম। ১০ তেতিয়া, তোমাৰ ঈশ্বৰ ক'ত ? এই বুলি মোৰ আগত কোৱা মোৰ শত্ৰুৱে তাক দেখিব, আৰু সেই শত্ৰুক লাজে ঢাকিব; মোৰ চকুৱে তাক সন্তোৱেৰে

চাব; তাক বাটর বোকার নিচিনাকৈ গচকা হব। [১১] তোমার গড়বোর সাজিবর দিন আহিছে; সেই দিনা আজ্ঞাটী দূরলৈকে প্রচারিত হব। [১২] সেই দিনা, অচূরর পরা মিচরর নগরবোরলৈকে, মিচরর পরা নদীখনলৈকে, এক সমুদ্রর পরা আন সমুদ্রলৈকে, আরু এক পর্ব্বতর পরা আন পর্ব্বতলৈকে যত লোক আছে, সেই সকলোবেই তোমার ওচরলৈ আহিব। [১৩] তথাপি দেশ-নিবাসীবিলাকর কারণে, সিবিলাকর কার্য্যফলর কারণেই দেশ উচ্ছন্ন হব।

[১৪] অকলসরীয়া হৈ বাস করা তোমার আধিপত্যর মেরর জাক তোমার প্রজাক তুমি লাখুটি লৈ কর্ম্মিলর মাজত থকা কাঠনিত চরোওবা; সিবিলাকেঁ আগর দরে বাচানত আরু গিলিয়দত চরোক। [১৫] তুমি মিচরর পরা ওলাই অহা দিনা তোমাক দেখুউবার দরে ময় সিবিলাকক নানা আশ্চরিত কার্য্য দেখুবাম। [১৬] জাতিবিলাকে তাকে দেখি আপোনাবিলাকর আটাই পরাক্রমর বিষয়ে লাজ পাব, মুখত হাত দিব, আরু সিহঁতর কাণ কলা হব। [১৭] সিহঁতে সাপর নিচিনাকৈ ধূলি চেলেকিব, আরু পৃথিবীর বগাই ফুরা প্রাণীর নিচিনাকৈ আপোন আপোন গোপনীয় ঠাইর পরা কঁপি কঁপি ওলাব; সিহঁতে ভয়েরে আমার ঈশ্বর যিহোৱার ওচরলৈ আহিব, আরু তোমালৈ ভয় করিব। [১৮] অপরাধ ক্ষমা করোঁতা আরু আপোন আধিপত্যর অৱশিষ্ট ভাগর দাই এরি দিওঁতা তোমার নিচিনা ঈশ্বর কোন আছে? তেওঁ দয়া ভাল পোৱার কারণে চিরকাললৈকে আপোনার ক্রোধ নেরাখে। [১৯] তেওঁ পুনরায় ঘুরি আমাক কৃপা করিব, আরু আমার অপরাধবোর ভরিরে গচকিব; আরু তুমি সিবিলাকর আটাই পাপ সমুদ্রর গভীর জলত পেলাই দিবা। [২০] তুমি আগর কালত আমার পূর্ব্বপুরুষবিলাকর আগত যি শপথ করিছিলা, সেই শপথর দরে যাকোবলৈ সত্য ব্যবহার করিবা, আরু অব্রাহামক দয়াপ্রাপ্ত করিবা।

---

# নহূম ভাববাদীর পুস্তক।

---

**১** নীনবিবিষয়ক ভারবাক্য। ইল্‌কোচীয়া নহূমর দর্শনপুস্তক।

আপোন শত্রুবোরর ওপরত ঈশ্বরে সধা প্রতিকার।

[২] যিহোৱা আপোন মর্য্যাদা রখাত উদ্যোগী আরু প্রতিকার সাধোঁতা ঈশ্বর; যিহোৱা প্রতিকার সাধোঁতা, আরু ক্রোধেরে পরিপূর্ণ; যিহোৱাই আপোন বৈরীবোরর ওপরত প্রতিকার সাধে, আরু আপোন শত্রুবোরর নিমিত্তে ক্রোধ রাখে। [৩] যিহোৱা ক্রোধত ধীর আরু পরাক্রমত মহান; কিন্তু তেওঁ দোষীক কোনো মতেই নির্দ্দোষী নকরে; যিহোৱার পথ বামারলি বতাহ আরু ধুমুহাত আছে, আরু মেঘ তেওঁর ভরির ধূলিস্বরূপ। [৪] তেওঁ সমুদ্রক ধম্‌কি দি শুকুৱায়, আরু আটাই নদ-নদী শুকান করে; বাচান আরু কর্ম্মিল লেরেলা পড়ে, আরু লিবানোনর ফুল জঁয় পড়ে। [৫] তেওঁর ভয়ত পর্ব্বতবোর কঁপে, আরু গিরিবোর পমি যায়; তেওঁর আগত পৃথিবী, এনে কি, জগতখন আরু তার আটাই নিবাসী 'দাং খায়। [৬] তেওঁর ক্রোধর আগত কোনে থিয় হব পারে? তেওঁর প্রচণ্ড কোপত কোনে তিষ্ঠিব পারে? তেওঁর ক্রোধ অগ্নিবর্ষণর নিচিনা হয়, আরু তেওঁর দ্বারায়

শিলবোৰ ডোখৰডোখৰকৈ ভঙ্গা হয়। ৭ যিহোৱা মঙ্গলময়, সঙ্কটৰ দিনা তেওঁ দৃঢ় কোঁঠস্বৰূপ; তেওঁ আপোনাত আশ্ৰয় লোৱাবিলাকক জানে। ৮ কিন্তু প্লাবন কৰোঁতা ঢল পানীৰ দ্বাৰায় তেওঁ সেই নগৰৰ ঠাই সম্পূৰ্ণকৈ অন্ত কৰিব, আৰু আপোনাৰ শত্ৰুবোৰক আন্ধাৰলৈ খেদিব। ৯ তোমালোকে যিহোৱাৰ বিৰুদ্ধে কি কল্পনা কৰিছা? তেওঁ সম্পূৰ্ণকৈ অন্ত কৰিব; দ্বিতীয়বাৰ সঙ্কট নহব। ১০ কিয়নো, সিহঁত জোঁট লগা কাঁইটৰ নিচিনা হলেও, আৰু আপোনাবিলাকৰ সুৰাপানেৰে ভেজা যেন হলেও, সিহঁতক শুকান নৰাৰ নিচিনাকৈ সম্পূৰ্ণকৈ ভস্ম কৰা হব। ১১ যিহোৱাৰ বিৰুদ্ধে কুকল্পনা কৰোঁতা, কু-আলচ কৰোঁতা এজন তোমাৰ পৰাই ওলাল। ১২ যিহোৱাই এই কথা কৈছে, সিহঁত শক্তিৰে পূৰ আৰু বহুসংখ্যক হলেও, সিহঁতক উচ্ছন্ন কৰা হব, আৰু সেই জন গুচি যাব। যদিও ময় তোমাক দুঃখ দিলোঁ, তথাপি তোমাক আৰু দুঃখ নিদিম। ১৩ ময় এতিয়া তোমাৰ পৰা তাৰ যুঁৱলি ভাঙ্গি পেলাম, আৰু তোমাৰ বান্ধবোৰ ছিঙি পেলাম। ১৪ আৰু হে শত্ৰো, তোমাৰ বিষয়ে যিহোৱাই আজ্ঞা দিছে, যে, তোমাৰ নামৰ গুটি আৰু বোৱা নেযাব; তোমাৰ দেৱতাবোৰৰ ঘৰৰ পৰা কটা-মূৰ্ত্তি আৰু সাঁচত ঢলা মূৰ্ত্তি ময় উচ্ছন্ন কৰিম; ময় তাক তোমাৰ মৈদাম কৰিম; কিয়নো তুমি অধম। ১৫ দেখা, যি জনে শুভবাৰ্ত্তা আনিছে, আৰু শান্তি প্ৰচাৰ কৰিছে, সেই জনৰ চৰণ পৰ্ব্বতৰ ওপৰত আছে। হে যিহুদা, তোমাৰ পৰ্ব্ববোৰ পালন কৰা, তোমাৰ সঙ্কল্পবোৰ সিদ্ধ কৰা; কিয়নো দুষ্টজন তোমাৰ মাজেদি আৰু গমন নকৰিব, সি নিঃশেষে বিনষ্ট হল।

নীনবিৰ অবৰোধ আৰু পতন।

২ ডোখৰডোখৰকৈ ভাঙ্গোঁতা জন তোমাৰ আগলৈ উঠি আহিছে; তুমি দুৰ্গ ৰক্ষা কৰা, বাটলৈ চাই থাকা, কঁকাল আঁটি বান্ধা, আপোনাকে অতিশয় বলবান কৰা। ২ কিয়নো যিহোৱাই ইস্ৰায়েলৰ শ্ৰীৰ নিচিনাকৈ যাকোবৰ শ্ৰী পুনৰায় স্থাপন কৰিব; কাৰণ খালি কৰোঁতাবোৰে সিবিলাকক খালি কৰিলে, আৰু সিবিলাকৰ দ্ৰাক্ষালতাৰ ডালবোৰ নষ্ট কৰিলে। ৩ তেওঁৰ বীৰবিলাকৰ ঢাল বোলাই ৰঙা কৰা, পৰাক্ৰমীবিলাক সেন্দুৰ বৰণীয়া কাপৰ পিন্ধা; তেওঁ সাজু হোৱা দিনা ৰথবোৰৰ তীখা জিলিকে, আৰু বড়শাবোৰ বড়কৈ জোকাৰ খায়। ৪ নগৰৰ বাহিৰ ঠাইত ৰথবোৰ বলীয়াৰ দৰে চলিছে, সেইবোৰ মুকলি ঠাইত ইখনে সিখনে খুন্দা খাইছে, সেইবোৰ দেখিবলৈ আৰিয়াৰ নিচিনা, সেইবোৰ বিজুলীৰ নিচিনাকৈ অতি বেগেৰে গৈছে। ৫ ৰজাই আপোনাৰ প্ৰধানবিলাকক মনত কৰিছে; সিবিলাকে যাওঁতে যাওঁতে উজুটি খাইছে, সিবিলাকে তাৰ গড়লৈ লৰালৰিকৈ গৈছে, আৰু নগৰ ৰক্ষা কৰা উপায় যুগুত কৰা হৈছে। ৬ নদীবোৰৰ দুৱাৰ মুকলি হৈ গল, ৰাজগৃহ পানীত লীন হৈ গল। ৭ আৰু হুচব অনাবৃতা হল, তেওঁক নিয়া হল, আৰু তেওঁৰ লিগিৰীবিলাকে বুকত ভুকুৱাই কপৌৰ স্বৰেৰে শোক কৰিছে। ৮ কিন্তু নীনবি আগৰ কালৰে পৰা এটা জলপূৰ্ণ পুখুৰিস্বৰূপ; তথাপি সিহঁত পলাইছে, লোকে থাক থাক বুলিলেও কোনেও উভটি নেচায়। ৯ তোমালোকে ৰূপ লুট কৰি নিয়া, সোণ লুট কৰি নিয়া; কিয়নো সাঁচি থোৱা বস্তুৰ সীমাই নাই, সকলো প্ৰকাৰ মনোহৰ বস্তু অতিশয় অধিক পৰিমাণে আছে। ১০ সেই নগৰী শূন্য, শুদা, আৰু উচ্ছন্ন; ভয়ত মন পমি গৈছে, আৰু আঁঠুৱে আঁঠুৱে লগালগি হৈছে, আটাইৰে কঁকালত বেদনা, আৰু আটাইৰে মুখ বিবৰ্ণ হৈছে। ১১ য'ত কোনেও ভয় নলগোৱাকৈ সিংহ সিংহিনী আৰু সিংহ পোৱালি ফুৰিছিল, সিংহৰ সেই গুহা আৰু যুৱা সিংহৰ সেই খোৱা ঠাই ক'ত? ১২ সিংহই আপোনাৰ পোৱালিবোৰৰ নিমিত্তে জোৰাওকৈ অনেক পশু ছিৰিছিল, আৰু আপোন সিংহিনীবোৰৰ নিমিত্তে ডিঙিত টেপা দি পশু মাৰিছিল, আৰু চিকাৰেৰে আপোনাৰ গুহাবোৰ, ধৰি অনা পশুৰে আপোনাৰ গাঁতবোৰ ভৰাইছিল। ১৩ বাহিনীবিলাকৰ যিহোৱাই কৈছে, দেখা, ময় তোমাৰ বিপক্ষ; ময় তোমাৰ ৰথবোৰ পুৰি ধূঁৱাত লীন কৰিম, আৰু তৰোৱালে তোমাৰ যুৱা সিংহবোৰ গ্ৰাস কৰিব; ময় পৃথিবীৰ

পৰা তোমাৰ চিকাৰ উচ্ছন্ন কৰিম, আৰু তোমাৰ দূতবিলাকৰ মাত আৰু শুনা নেযাব।

৩ সেই ৰক্তপাতকাৰিণী নগৰীৰ সন্তাপ হব; তাই মিছা কথা আৰু অত্যাচাৰেৰে পৰিপূৰ্ণ; তাই চিকাৰ ধৰিবলৈ নেৰে। ২ শুনা, সেইয়া চাবুকৰ শবদ, চক্ৰৰ ঘৰ্ঘৰণীৰ শবদ, আৰু লাফ দিয়া ঘোঁৰা আৰু জঁপিওৱা ৰথৰ শবদ। ৩ দেখা, সোৱা আক্ৰমণকাৰী অশ্বাৰোহী, চিক্‌মিকোৱা তৰোৱাল, জিলিকা বৰশা, হত হোৱা লোকসমূহ, আৰু মৃতদেহৰ বৃহৎ ৰাশি; মৰা শৱৰ সীমাই নাই, সিহঁতৰ শৱৰ ওপৰত মানুহে উজুটি খায়। ৪ পৰমসুন্দৰী যি মায়াবিনী বেশ্যাই আপোনাৰ বেশ্যাকৰ্ম্মৰ দ্বাৰায় জাতিবিলাকক, আৰু আপোনাৰ মায়াকাৰ্য্যৰ দ্বাৰায় গোষ্ঠীবিলাকক বেচে, তাইৰ অধিক বেশ্যাকৰ্ম্মৰ কাৰণে এইবোৰ ঘটিছে। ৫ বাহিনীবিলাকৰ যিহোৱাই কৈছে, দেখা, ময় তোমাৰ বিপক্ষ; ময় তোমাৰ কাপৰৰ আঁচল তোমাৰ মুখৰ ওপৰলৈকে দাঙি তোমাক অনাবৃতা কৰিম; ময় জাতিবিলাকক তোমাৰ উলঙ্গতা, আৰু ৰাজ্যবোৰক তোমাৰ লাজ দেখুৱাম। ৬ আৰু ময় তোমাৰ ওপৰত ঘিণলগীয়া মৈলা বস্তু পেলাই তোমাক ঘৃণনীয়া কৰিম, আৰু তোমাক মানুহেঠৰ লাগি চাই থকা বস্তু হেন্‌কৈ স্থাপন কৰিম। ৭ আৰু যি কোনোৱে তোমালৈ চাব, সি তোমাৰ পৰা পলাব, আৰু নীনবি উচ্ছন্ন হল বুলি কব; কোনে তাইৰ নিমিত্তে বিলাপ কৰিব? ময় ক'ৰ পৰা তোমাৰ নিমিত্তে সান্ত্বনা দিওঁতা লোক বিচাৰি আনিম? ৮ যি নো-আমোন নদীবোৰৰ মাজত আছিল, যাৰ চাৰিওফালে জলসমূহ আছিল, যাৰ কোঁঠ সাগৰ আৰু গড় সমুদ্ৰ, সেই নো-আমোনতকৈ জানো তুমি উত্তম? ৯ কূচ আৰু মিচৰে অসংখ্য সৈন্যৰ দ্বাৰায় তাইক সবল কৰিছিল; পুটীয়া আৰু লুবীয়া লোক তোমাৰ সাহায্যকাৰী। ১০ তথাপি তাইক নিয়া হৈছিল, তাই বন্দী-অবস্থালৈ গল, তাইৰ শিশুবিলাককো আটাই আলিৰ মূৰত আচাৰি ডোখৰ ডোখৰ কৰা হল; শত্ৰুবোৰে তাইৰ সম্ভ্ৰান্ত লোকবিলাকৰ নিমিত্তে চিঠি খেলিলে, আৰু তাইৰ আটাই বড় লোকক শিকলিৰে বন্ধা হল। ১১ তুমিও মতলীয়া হবা, আপোনাকে লুকুৱাই ৰাখিবা; শত্ৰু-ভয়ত তুমিও এটা দুৰ্গ বিচাৰিবা। ১২ তোমাৰ আটাই কোঁঠ আগতীয়া গুটি লগা ডিমৰু গছৰ নিচিনা; জোকাৰিলে সেইবোৰ খাওঁতাৰ মুখত পৰে। ১৩ দেখা, তোমাৰ মাজত থকা প্ৰজাবিলাক তিৰুতাৰ নিচিনা; তোমাৰ দেশৰ দুৱাৰবোৰ শত্ৰুবোৰৰ নিমিত্তে বহল্‌কৈ মেলা হৈছে; অগ্নিয়ে তোমাৰ ডাংবোৰ গ্ৰাস কৰিলে। ১৪ অৱৰোধকালৰ নিমিত্তে তুমি পানী তুলি থোৱা; তোমাৰ কোঁঠবোৰ দৃঢ় কৰা, বোকালৈ গৈ বোকা খচা, ইটা-ভটা বুগুত কৰা। ১৫ সেই ঠাইতে অগ্নিয়ে তোমাক গ্ৰাস কৰিব; তৰোৱালে তোমাক ছেদন কৰিব, আৰু চেলেকা ফৰিঙে খোৱাৰ দৰে তোমাক খাই পেলাব; তুমি চেলেকা ফৰিঙৰ নিচিনা বহুসংখ্যক হোৱা, কাকতি ফৰিঙৰ নিচিনা বহুসংখ্যক হোৱা। ১৬ তুমি আকাশৰ তৰাবোৰতকৈ তোমাৰ বণিকবিলাক অধিক কৰিলা; চেলেকা ফৰিংবোৰে নষ্ট কৰি উড়ি গৈছে। ১৭ তোমাৰ কিৰীটি পিন্ধাবিলাক কাকতি ফৰিঙৰ নিচিনা, আৰু যি ফৰিঙে জাৰৰ দিনা বেৰাত আশ্ৰয় লয়, কিন্তু ৰ'দ ওলালে উড়ি যায়, আৰু কলৈ যায়, তাক জনা নেযায়, তোমাৰ সেনাপতিবিলাক এনে ফৰিঙৰ নিচিনা। ১৮ হে অচূৰৰ ৰজা, তোমাৰ মেৰ-ৰখীয়াবোৰ টোপনি গৈছে; তোমাৰ প্ৰধানবিলাকে বিশ্ৰাম কৰিছে; তোমাৰ প্ৰজাবোৰ পৰ্ব্বতৰ ওপৰত গোট গোট হল, সিহঁতক গোটাবলৈ কোনো নাই। ১৯ তোমাৰ ক্ষতৰ উপশম নাই, তোমাৰ ঘা সুস্থ হব নোৱৰা; তোমাৰ বিষয়ে বাৰ্ত্তা শুনা আটাইবিলাকে তোমালৈ হাততালি দিব; কাৰণ কাৰ ওপৰত তুমি আপোনাৰ দুষ্কৰ্ম্ম অনবৰত চলোৱা নাই?

# হবক্কুক ভাববাদীর পুস্তক।

১ হবক্কুক ভাববাদীয়ে দর্শনত পোৱা ভার-বাক্য।

কল্দীয়াইতর অত্যাচার আরু সিহঁতর দণ্ড।

[২] হে যিহোৱা, মই নো কিমান কাল চিঞরি থাকিম, আরু তুমি নুশুনাকৈ থাকিবা? মই তোমার আগত অত্যাচারর কারণে কাতরোক্তি করি আছোঁ, কিন্তু তুমি পরিত্রাণ নকরা। [৩] তুমি কিয় মোক অধর্ম্ম দেখুৱাইছা, আরু দুষ্কর্ম্মলৈ চাই আছা? কিয়নো মোর আগত উপদ্রব আরু অত্যাচার হৈছে, বিরোধ উপস্থিত, আরু বিবাদ বাঢ়ি উঠিছে। [৪] এনে হোৱাতে ব্যবস্থা ঢিলোৱা হৈছে, আরু বিচার ন্যায়রূপে নিষ্পত্তি হোৱা নাই; কারণ দুষ্টই ধার্ম্মিকক বেরি ধরে, এই নিমিত্তে বিচার বিপরীত হৈ পড়ে। [৫] তোমালোকে জাতি-বিলাকলৈ চকু দি চোৱা, আরু অতিশয় আশ্চ-রিত মানা; কিয়নো, যি কার্য্য তোমালোকর আগত প্রকাশ করিলেও তোমালোকে বিশ্বাস নকরিবা, এনে কার্য্য মই তোমালোকর দিনত করিম। [৬] কিয়নো দেখা, নিজর স্বত্ব নোহোৱা বাসস্থান অধিকার করিবলৈ পৃথিবীর প্রস্থেদি যাত্রা করোঁতা উগ্র আরু হঠাৎ কার্য্যকারী জাতি কল্দীয়াইতক মই উচটাম। [৭] সিহঁত ত্রাসজনক আরু ভয়ানক; সিহঁতর শাসন আরু উন্নতি সিহঁতর নিজরেই কার্য্য। [৮] সিহঁতর ঘোঁরা-বোরো নাহরফুটুকী বাঘতকৈয়ো বেগী, আরু গধূলি পরর রাংকুকুরতকৈয়ো চোকা; সিহঁতর অশ্বারোহীবিলাক জাঁপ দি চলোঁতা, এনে কি, সিহঁতর অশ্বারোহীবিলাক দূরর পরা অহা; গ্রাস করিবলৈ বেগ মরা কুরর পক্ষীর নিচিনাকৈ সিহঁত উড়ি আহে। [৯] সিহঁত আটায়ে অত্যা-চারর নিমিত্তে আহে; সিহঁতে আগ বাঢ়িবলৈ আগ্রহেরে মুখ লৈ থাকে, আরু সিহঁতে বালি গোটোৱাদি মানুহক গোটাই বন্দী করি নিয়ে। [১০] এনে কি, সেই জাতিয়ে রজাবিলাকক বিদ্রূপ করে, আরু অধিপতিবিলাক তার আগত হাঁহিয়াতর বিষয় হয়। সেই জাতিয়ে প্রত্যেক দুর্গক তুচ্ছ করে; কিয়নো সি মাটির হাদাম বান্ধি তাক হাত করি লয়। [১১] শেষতে সি বতাহর নিচিনাকৈ সারি লৈ গুচি যাব, আরু নিজর সেই শক্তিয়েই তার দেৱতাস্বরূপ হোৱাত সি দোষী হব। [১২] হে মোর ঈশ্বর যিহোৱা, মোর পবিত্র জনা, তুমি অনাদি কালরে পরা নোহোৱা নে? আমি মরা নপড়িম; হে যিহোৱা, শাসন করিবর অর্থেহে তুমি সেই জাতিক নিরূপণ করিলা; আরু হে শিলা, শাস্তি দিবর অর্থেহে তুমি তাক স্থাপন করিলা। [১৩] তুমি এনে নির্ম্মল চকুৱা, যে, তুমি মন্দ দেখিব নোৱারা, আরু অধর্ম্মলৈ চকু দিয়া তোমার অসাধ্য; তেন্তে তুমি বিশ্বাস-ঘাতকবোরলৈ কিয় চকু দিছা? আরু দুষ্টই নিজতকৈ ধার্ম্মিক লোকক গ্রাস করোঁতে তুমি কিয় নিজম দি থাকা? [১৪] আরু তুমি মানুহবিলাকক সাগরর মাছ যেন, আরু শাসনকর্ত্তা নোহোৱা বগাই ফুরা প্রাণী যেন কিয় করা? [১৫] সি সিহঁতর আটাইকে বরশিরে তোলে, নিজ জালেরে সিহঁ-তক ধরে, আরু খেৱালি জালেরে সিহঁতক গোটায়; এই কারণে সি আনন্দিত আরু উল্লাসিত হয়। [১৬] এই হেতুকে সি আপোনার জালর উদ্দেশে বলি উৎসর্গ করে, আরু আপো-নার খেৱালি জালর উদ্দেশে ধূপ জ্বলায়; কিয়নো সেইবোরর দ্বারায় তার ভাগ পুষ্ট আরু তার আহার তেলীয়া হয়। [১৭] এই হেতুকে সি আপোন জাল খালি করি থাকিব নে? আরু অনবরত জাতিবিলাকক বধ করিবলৈ ক্ষান্ত নহব নে?

২ মোর প্রহরীস্থানত মই থিয় হম, আরু

ওখ ঘরর ওপরত থাকিম, আরু তেওঁ মোক কি কব, আরু মোর নিবেদনর বিষয়ে ময় কি উত্তর দিম, তাক চাই বুজিম। [২] তাতে যিহোৱাই উত্তর দি মোক কলে, এই দর্শনর কথা লিখি থোৱা, আরু এনে স্পষ্টকৈ ফলিত কাটা, যেন পাঠকে খরকৈ পঢ়িব পারে। [৩] কিয়নো দর্শনে এতিয়াও নিরূপিত সময়লৈ বাট চাই আছে, আরু সিদ্ধ হবলৈ আকাঙ্ক্ষা করিছে, সেয়ে মিছা নহব; সেয়ে পলম হলেও, তালৈ অপেক্ষা করা; কারণ সেয়ে অবশ্যে ঘটিব, উচিত সময়তকৈ দেরি নহব। [৪] দেখা, অহঙ্কারী লোকর মন সরল নহয়, কিন্তু ধার্ম্মিক লোক আপোন বিশ্বাসর দ্বারায় জীয়াই থাকিব। [৫] অধিকন্তু দ্রাক্ষারস বিশ্বাস-ঘাতক; গর্ব্বী লোক ঘরত নেথাকে, কারণ সি চিয়োলর নিচিনাকৈ আপোন অভিলাষ বৃদ্ধি করে; সি মৃত্যুস্বরূপো, সি তৃপ্ত নহয়; সি আপোনার ওচরত আটাই জাতিক গোটায়, আরু আপোনার গুরিত আটাই লোকবিলাকক একত্র করে। [৬] এই আটাইবোরে তার অহিতে এটা গীত গাবলৈ, তার বিরুদ্ধে এটা বিদ্রূপজনক নিগূঢ় বাক্য প্রকাশ করিবলৈ ধরি এই কথা নকব নে? যি নিজর নহয়, তার দ্বারায় আপোনাকে বৃদ্ধি করোঁতা জনর সন্তাপ হব;—কিমান কাল থাকিব?— আরু বন্ধক-দ্রব্যেরে আপোনাকে বোজাই দিওঁতা জনর সন্তাপ হব। [৭] যিবোরে তোমাক কামুরিব, এনে লোক অকস্মাতে নুঠিব নে? আরু যিবোরে তোমাক ক্লেশ দিব, এনে লোকে সার নেপাব নে? আরু তুমি সিহঁতর পক্ষে লুটদ্রব্য নহবা নে? [৮] তুমি অনেক জাতিক লুট করার কারণে লোকবিলাকর আটাই অবশিষ্ট ভাগে তোমাকো লুট করিব; মানুহর রক্তপাতর কারণে, আরু দেশ, নগর, আরু সেইবোরর আটাই নিবাসীবিলাকলৈ করা অত্যাচারর নিমিত্তেই এয়ে ঘটিব।

[৯] অমঙ্গলর হাতর পরা উদ্ধার পাবর নিমিত্তে, ওখত আপোনার বাহ স্থাপন করিবলৈ যি জনে আপোন বংশর নিমিত্তে দুষ্টতারে সম্পত্তি লাভ করে, তার সন্তাপ হব। [১০] অনেক জাতিক উচ্ছন্ন করিবলৈ তুমি আপোন বংশর লজ্জাজনক মন্ত্রণা করিলা, আরু তোমার প্রাণর বিরুদ্ধে পাপ করিলা। [১১] কিয়নো শিলে দেৱালর মাজর পরা মাত লগাব, আরু কাঠবোরর মাজর পরা চতিয়ে তার উত্তর দিব।

[১২] রক্তপাতেরে নগর সাজোঁতার আরু অপরাধর দ্বারায় পুরী স্থাপন করোঁতার সন্তাপ হব। [১৩] দেখা, লোকবিলাকে যে জুইর নিমিত্তে পরিশ্রম করে, আরু জাতিবিলাকে যে অসার বস্তুর নিমিত্তে আপোনাবিলাকক ক্লান্ত করে, এয়ে বাহিনীবিলাকর যিহোৱার পরা নহয় নে? [১৪] কিয়নো সমুদ্র যেনেকৈ পানীরে ভরা, তেনেকৈ পৃথিবীখন যিহোৱার মহিমার জ্ঞানেরে পরিপূর্ণ হব।

[১৫] যি জনে আপোন চুবুরীয়ার উলঙ্গটা দেখিবর নিমিত্তে তাক পান করায়, পান-পাত্রত বিহ দি তাক মতলীয়া করে, সেই জনর সন্তাপ হব। [১৬] তুমি গৌরবর সলনি লাজেরে পরিপূর্ণ; তুমিও পান করা, আরু অচুন্নৎ এজনর নিচিনা হোৱা; যিহোৱার সোঁ হাতত থকা পান-পাত্র তোমালৈ ঘুরি আহিব, আরু তোমার গৌরবর ওপরত বড় অপমান হব। [১৭] কারণ লিবানোনলৈ করা অত্যাচারে তোমাক ঢাকিব, আরু পশুবোরর সংহারে তোমার ত্রাস জন্মাব; মানুহর রক্তপাতর কারণে, আরু দেশ, নগরবোর, আরু সেইবোরর আটাই নিবাসীবিলাকলৈ করা অত্যাচারর নিমিত্তেই এয়ে ঘটিব।

[১৮] কটা-প্রতিমাই কি উপকার করে, যে, নির্ম্মাণকারীয়ে তাক কাটে? সাঁচত ঢলা প্রতিমাই আরু মিছা গুরুৱে কি উপকার করে, যে, নির্ম্মাণকারীয়ে আপোনার নির্ম্মিত বস্তুত বিশ্বাস করি অবাক মূর্ত্তি নির্ম্মাণ করে? [১৯] যি জনে সার পোৱা বুলি কাঠডোখরক, আরু উঠা বুলি অবাক শিলটোক কয়, তার সন্তাপ হব; সেয়ে জানো শিক্ষা দিব? দেখা, তাত সোণ আরু রূপ পতোৱা হৈছে, তার ভিতরত নিশ্বাস-বায়ুর লেশো নাই। [২০] কিন্তু যিহোৱা আপোন পবিত্র মন্দিরত আছে; সমুদায় পৃথিবী তেওঁর আগত নিজম দি থাওক।

হবক্কূকর প্রার্থনা।

৩ হবক্কূক ভাববাদীর প্রার্থনা। চিগিয়োনোৎ সুরত গাব লগীয়া।

[২] হে যিহোৱা, ময় তোমার বিষয়র বাৰ্ত্তা শুনি
ভয় পাইছোঁ,
হে যিহোৱা, বছৰবোরর মাজত তোমার কাৰ্য্য
পুনৰ্জ্জীবিত করা,
বছৰবোরর মাজত তাক জনোৱা;
ক্রোধর কালত করুণা সোঁৱরণ করা।
[৩] ঈশ্বর তৈমনর পরা আহিছে,
পবিত্র জনা পারণ পৰ্ব্বতর পরা আগমন
করিছে; [ চেলা।
তেওঁর প্রভাৱে আকাশ-মণ্ডল ঢাকিছে,
আরু পৃথিবী তেওঁর প্রশংসারে পরিপূর্ণ।
[৪] তেওঁর উজ্জ্বলতা সূৰ্য্যর নিচিনা,
তেওঁর কোষর পরা রশ্মি ওলাইছে;
সেয়ে তেওঁর পরাক্রম লুকুৱা ঠাই।
[৫] তেওঁর আগে আগে মহামারী চলিছে,
আরু তেওঁর খোজর পরা বজ্রপাত হৈছে।
[৬] তেওঁ থিয় হৈ পৃথিবী লরাইছে, তেওঁ দৃষ্টি
করি জাতিবিলাকক কম্পমান করিছে;
আরু চিরকলীয়া পৰ্ব্বতবোর ছিন্নভিন্ন হৈছে,
আদি কালর গিরিবোর যহি গৈছে;
আগর কালর পরা এয়েই তেওঁর গতি।
[৭] ময় দেখিলোঁ, কূচনর তাম্বুবোর দুঃখর অৱস্থাত
আছে;
মিদিয়ন-দেশীয় তাম্বুর কাপরবোর লরিছে।
[৮] হে যিহোৱা, তুমি নদীবোরর অহিতে অসন্তুষ্ট
হৈছা নে?
তুমি যে তোমার ঘোঁরাবোরত উঠিছা,
জয়ী হবলৈ তোমার রথত আরোহণ করিছা,
তোমার ক্রোধ নদীবোরর অহিতে উঠিছে
নে?
বা তোমার কোপ সাগরর ওপরত হৈছে নে?
[৯] তোমার ধনু সম্পূর্ণ অনাবৃত হৈছে;
ফৈদবিলাকর আগত করা শপথবোর নিশ্চিত
বাক্য। [ চেলা।
তুমি পৃথিবী ফালি নদ-নদীময় করিছা।
[১০] তোমাক দেখি পৰ্ব্বতবোর কম্পমান হৈছে,
ঢল পানী বৈ গৈছে;
অগাধ জলে আপোন স্বর শুনাইছে,
আরু ওপরলৈ আপোন হাত তুলিছে।
[১১] তোমার বাণবোর যাওঁতে সেইবোরর দীপ্তিত,
তোমার চকমকীয়া বড়শার জ্যোতিত,
সূৰ্য্য আরু চন্দ্র আপোন আপোন নিবাস-
স্থানত স্থির হৈ রৈছে।
[১২] তুমি ক্রোধত পৃথিবীর মাজেদি যাত্রা করিছা,
তুমি কোপত জাতিবিলাকক মরণা মরাদি
মারিছা।
[১৩] তুমি আপোন প্রজাবিলাকর পরিত্রাণর অর্থে,
আপোন অভিষিক্ত জনর পরিত্রাণর অর্থে
ওলাই গৈছা;
তুমি দুষ্টর ঘরর মূরটো গুড়ি করি
ভিঙিলৈকে ভিত্তিমূল অনাবৃত করিলা। [চেলা।
[১৪] তুমি যুদ্ধারুবিলাকর সেনাপতিজনক তার
জাঠিবোরেরে খুঁচিলা;
সিহঁতে মোক ছিন্নভিন্ন করিবলৈ বামারলি
বতাহর নিচিনাকৈ আহিছিল,
সিহঁতে দুঃখীয়াক গুপুতে গ্রাস করিবলৈ
আনন্দ করিছিল।
[১৫] তোমার ঘোঁরাবোরে সৈতে তুমি সাগরর
মাজেদি গমন করিলা,
মহাজলরাশির মাজেদি গমন করিলা।
[১৬] ময় শুনাত মোর অন্তর কম্পমান হৈছে,
ধ্বনিত মোর ওঁঠ কঁপিছে;
মোর হাড়বোর পচিবলৈ ধরিছে, আরু ময়
থিয় হোৱা ঠাইত কঁপিছোঁ;
তথাপি, যি জাতিয়ে দলে দলে তাক আক্রমণ
করিব,
সেই জাতির অহিতে অহা সঙ্কটর দিনা ময়
জিরণি পাম।
[১৭] কিয়নো, যদিও ডিমরু গছ নুফুলিব,
বা দ্রাক্ষালতাত গুটি নেলাগিব,
যদিও জিতবৃক্ষর ফল নধরিব,
আরু পথারবোরে শস্য উৎপন্ন নকরিব,
যদিও গঁরালর পরা মেরর জাকক উচ্ছন্ন করা হব,
আরু গোহালিত গরুর জাক নহব,
[১৮] তথাপি ময় যিহোৱাত আনন্দ করিম,
মোর ত্রাণকৰ্ত্তা ঈশ্বরত উল্লাস করিম।
[১৯] প্রভু যিহোৱায়েই মোর শক্তি;
তেওঁ মোর ভরি হরিণীর ঠেঙ যেন করিছে,
মোর ওখ ঠাইবোরেদি মোক গমন করাব।

---

প্রধান বাদ্যকরর নিমিত্তে; মোর তারযুক্ত
যন্ত্রত গাব লগীয়া।

# চফনিয়া ভাববাদীৰ পুস্তক।

---

১ যিহূদাৰ ৰজা আমোনৰ পুত্ৰ যোচিয়াৰ ৰাজত্বৰ কালত, হিষ্কিয়াৰ বৃদ্ধ পৰিনাতি অমৰিয়াৰ পৰিনাতি গদলিয়াৰ নাতি কূচীৰ পুত্ৰ চফনিয়ালৈ অহা যিহোৱাৰ বাক্য।

### যিহোৱাৰ আহিব লগা ক্ৰোধৰ দিন।

[২] যিহোৱাই কৈছে, মই পৃথিৱীৰ পৰা সকলোকে নিঃশেষে সংহাৰ কৰিম। [৩] মই মানুহ আৰু জন্তুক সংহাৰ কৰিম; মই আকাশৰ পক্ষী, সমুদ্ৰৰ মাছ, আৰু দুষ্টবোৰে সৈতে উজুটি খোৱা মূঢ়াবোৰ সংহাৰ কৰিম; হয়, যিহোৱাই কৈছে, মই পৃথিৱীৰ পৰা মানুহক উচ্ছন্ন কৰিম। [৪] আৰু মই যিহূদাৰ আৰু যিৰূচালেম-নিবাসীবিলাকৰ বিৰুদ্ধে আপোন হাত মেলিম, আৰু এই ঠাইৰ পৰা বালৰ অৱশিষ্ট ভাগ, আৰু পুৰোহিতবোৰে সৈতে দেৱদেৱীৰ পুৰোহিতবোৰৰ নাম লুপ্ত কৰিম; [৫] আৰু যিবোৰে ঘৰৰ চালৰ ওপৰত আকাশৰ বাহিনীবিলাকৰ আগত প্ৰণিপাত কৰে, আৰু যি প্ৰণিপাতকাৰীবোৰে যিহোৱাৰ আগত শপত কৰে, আৰু মল্‌কমৰ নামেৰেও শপত কৰে, [৬] যিবোৰে যিহোৱাৰ পাছত চলাৰ পৰা বিমুখ হয়, আৰু যিবোৰে যিহোৱাক বিচৰা নাই, বা তেওঁৰ অনুসন্ধান লোৱা নাই, সেই আটাইবোৰক মই উচ্ছন্ন কৰিম।

[৭] তুমি প্ৰভু যিহোৱাৰ আগত মনে মনে থাকা; কিয়নো যিহোৱাৰ দিন ওচৰ; কাৰণ যিহোৱাই এক যজ্ঞ আয়োজন কৰি আপোনাৰ নিমন্ত্ৰিত লোকবিলাকক পবিত্ৰ কৰিলে। [৮] যিহোৱাৰ সেই যজ্ঞৰ দিনা মই প্ৰধান লোকবিলাকক, ৰাজকোঁৱৰবিলাকক, আৰু বিদেশী সাজ পিন্ধা আটাইবোৰক দণ্ড দিম। [৯] আৰু দুৱাৰডলিৰ ওপৰেদি জাঁপ মৰা আটাইবোৰক, অত্যাচাৰ আৰু প্ৰবঞ্চনাৰ ফলেৰে আপোনাবিলাকৰ প্ৰভুৰ ঘৰ পূৰ কৰাবোৰক সেই দিনা মই দণ্ড দিম। [১০] যিহোৱাই কৈছে, সেই দিনা মৎস্য-দুৱাৰৰ পৰা চিঞৰি কন্দাৰ শব্দ, আৰু দ্বিতীয় খণ্ডৰ পৰা হাহাকাৰৰ, আৰু পৰ্ব্বতবোৰৰ পৰা মহাভঙ্গৰ শব্দ হব। [১১] হে মক্‌টেচ্‌-নিবাসিবিলাক, তোমালোকে হাহাকাৰ কৰা; কিয়নো আটাই কনানীয়া জাতি নষ্ট হল, ৰূপ বৈ অনা আটাইবোৰ উচ্ছন্ন হল। [১২] সেই কালত মই চাকি লগাই যিৰূচালেমক বিচাৰিম, আৰু আপোনাবিলাকৰ গেদৰ ওপৰত সুস্থিৰে থকা মানুহবোৰক, যিহোৱাই ভাল কি বেয়াও নকৰিব বুলি মনতে কোৱাবোৰক দণ্ড দিম। [১৩] সিহঁতৰ ধন-সম্পত্তি লুট কৰা হব, আৰু সিহঁতৰ ঘৰবোৰ ধ্বংসস্থান হব; এনে কি, সিহঁতে ঘৰ সাজিব, কিন্তু তাত বাস কৰিবলৈ নেপাব, দ্ৰাক্ষাবাৰী পাতিব, কিন্তু তাৰ দ্ৰাক্ষাৰস পান কৰিবলৈ নেপাব। [১৪] যিহোৱাৰ মহাদিন ওচৰ, সেয়ে ওচৰ, অতি বেগেৰে আহিছে; শুনা, সেইয়া যিহোৱাৰ দিনৰ শব্দ; সৌৱা, বীৰে মনৰ বেজাৰত চিঞৰি কান্দিছে। [১৫] সেই দিন ক্ৰোধৰ দিন, সঙ্কট আৰু ক্লেশৰ দিন, উচ্ছন্ন আৰু ধ্বংসৰ দিন, আন্ধাৰ আৰু ঘোৰ অন্ধকাৰৰ দিন, ডাৱৰীয়া আৰু ঘন মেঘৰ দিন, শিঙাধ্বনি আৰু সিংহনাদৰ দিন, [১৬] আৰু গড়েৰে আবৃত নগৰবোৰৰ আৰু ওখ কোঁঠবোৰৰ বিপক্ষৰ দিন হব। [১৭] আৰু মানুহবিলাকে যিহোৱাৰ অহিতে পাপ কৰাৰ কাৰণে মই সিহঁতক এনেকৈ ক্লেশ দিম, যে, সিহঁত অন্ধ মানুহৰ নিচিনাকৈ ফুৰিব; আৰু সিহঁতৰ তেজ ধূলিৰ নিচিনাকৈ, আৰু সিহঁতৰ মাংস গোবৰৰ নিচিনাকৈ বাকি পেলোৱা হব। [১৮] যিহোৱাৰ ক্ৰোধৰ দিনা সিহঁতৰ ৰূপ বা সোণে সিহঁতক উদ্ধাৰ কৰিব নোৱাৰিব, কিন্তু তেওঁৰ অন্তৰ্জ্বালাৰ অগ্নিৰে গোটেই দেশ গ্ৰাসিত

হব; কিয়নো তেওঁ দেশ-নিবাসী আটাই-বোৰৰ অন্ত কৰিব, এনে কি, বেগেৰে অন্ত কৰিব।

যিহোৱাৰ ক্ৰোধৰ দিনা নানা জাতিৰ বিনাশ।

২ হে নিলাজ জাতি, আজ্ঞাটি সাফল নৌ হওঁতেই, দিন তুঁহৰ দৰে উড়ি নৌ যাওঁতেই, যিহোৱাৰ প্ৰচণ্ড ক্ৰোধ তোমালোকৰ ওপৰত নৌ পৰোঁতেই, যিহোৱাৰ ক্ৰোধৰ দিন তোমালোকলৈ নৌ আহোঁতেই, [২] তোমালোক গোট খোৱা, একে লগ হোৱা। [৩] যিহোৱাৰ শাসন-প্ৰণালী পালন কৰোঁতা হে পৃথিবীৰ আটাই নম্ৰ লোকবিলাক, তেওঁক বিচাৰা, ধাৰ্ম্মিকতা বিচাৰা, নম্ৰতা বিচাৰা; কিজানি যিহোৱাৰ ক্ৰোধৰ দিনা তোমালোকে লুকাই থাকিবলৈ পাবা। [৪] কিয়নো ঘচা পৰিত্যক্ত আৰু অস্কিলোন ধ্বংস্থান হব; অচ্‌দোদৰ মানুহবিলাকক দুপৰ বেলা খেদাই দিয়া হব, আৰু ইক্ৰোণক উঘলা হব। [৫] সমুদ্ৰতীৰ-নিবাসী কৰেথীয়া জাতিৰ সন্তাপ হব। হে পলেষ্টীয়াবিলাকৰ দেশ কনান, যিহোৱাৰ বাক্য তোমালোকৰ বিপক্ষ; কোনো নিবাসী নথকাকৈ ময় তোমাক উচ্ছন্ন কৰিম। [৬] আৰু সমুদ্ৰৰ তীৰ মেৰ-ৰখীয়াবিলাকৰ ঘৰ আৰু মেৰৰ জাকৰ গঁৰাল থকা চৰণী ঠাই হব। [৭] আৰু সেই তীৰ যিহুদা বংশৰ অৱশিষ্ট ভাগৰ নিমিত্তে হব; সিবিলাকে তাত মেৰৰ জাক চৰাব, আৰু সেইবোৰ অস্কিলোনৰ ঘৰত গধূলি শুব; কিয়নো সিবিলাকৰ ঈশ্বৰ যিহোৱাই সিবিলাকৰ বিচাৰ লব, আৰু সিবিলাকৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিব। [৮] মোৱাবে যি ধিক্কাৰেৰে, আৰু অম্মোনৰ সন্তানবোৰে যি ভৎসনাৰে মোৰ প্ৰজাবিলাকক তিৰস্কাৰ কৰিলে, আৰু সিবিলাকৰ অঞ্চল অহঙ্কাৰেৰে আক্ৰমণ কৰিলে, মোৱাবৰ সেই ধিক্কাৰ আৰু অম্মোনৰ সন্তানবোৰৰ সেই ভৰ্ৎসনা ময় শুনিলোঁ। [৯] সেই নিমিত্তে, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে, মোৰ জীৱনৰ শপথ, মোৱাব নিশ্চয়ে চদোমৰ নিচিনা, আৰু অম্মোনৰ সন্তানবোৰ ঘমোৰাৰ নিচিনা হব, চোৰাতনী, লোণৰ পুং, আৰু চিৰকলীয়া ধ্বংসস্থান হব; মোৰ প্ৰজাবিলাকৰ অৱশিষ্ট লোকে সিঁহতক লুট কৰিব, আৰু মোৰ জাতিৰ বাকী ভাগে সিঁহতক অধিকাৰ কৰিব। [১০] এয়ে সিঁহতৰ অহঙ্কাৰৰ ফল হব; কাৰণ সিঁহতে বাহিনীবিলাকৰ যিহোৱাৰ প্ৰজাবিলাকক ধিক্কাৰ দি সিবিলাকৰ বিৰুদ্ধে গৰ্ব্ব-আচৰণ কৰিলে। [১১] যিহোৱা সিঁহতলৈ ভয়ানক হব; কিয়নো তেওঁ পৃথিবীৰ আটাই দেৱতাক অনাহাৰে মাৰিব, আৰু মানুহবিলাকে আপোন আপোন ঠাইৰ পৰা তেওঁক প্ৰণিপাত কৰিব, জাতিবিলাকৰ আটাই দ্বীপ-নিবাসীবিলাকেও কৰিব। [১২] হে কূচীয়াবিলাক, তোমালোককো মোৰ তৰোৱালেৰে বধ কৰা হব। [১৩] আৰু তেওঁ উত্তৰ দিশৰ বিৰুদ্ধে আপোনাৰ হাত মেলি অচূৰক বিনষ্ট কৰিব, আৰু নীনবিক ধ্বংসস্থান, অৰণ্যৰ নিচিনা শুকান ভূমি কৰিব। [১৪] আৰু তাৰ মাজত পশুৰ জাক আৰু সকলো বিধ বনৰীয়া জন্তু শুব; ঢোঁৰা চৰাই আৰু কেঁটেলা পছুৱে তাৰ মাথলাবোৰত ৰাতি কটাব, আৰু খিলিকিত গান কৰা শবদ শুনা যাব, দুৱাৰডলিবোৰৰ ধ্বংস-অৱস্থা হব; কিয়নো তেওঁ এৰচ কাঠৰ কাৰ্য্য অনাবৃত কৰিলে। [১৫] ময়হে, মোৰ বাহিৰে আন কোনো নাই, এই বুলি মনতে কৈ নিশ্চিন্তে থকা এয়ে উল্লাসিনী নগৰী; এই কেনে উচ্ছন্ন হল! আৰু পশুবোৰৰ নিমিত্তে কেনে শোৱা ঠাই হল! এইৰ ওচৰেদি যোৱা প্ৰতিজনে ইচ ইচ কৰি হাত লৰাব।

যিহুদীবিলাকৰ পাপৰ দণ্ড, আৰু সিবিলাকৰ ভাবী মঙ্গল।

৩ বিদ্ৰোহিনী আৰু ভ্ৰষ্টাজনীৰ সন্তাপ হব, অত্যাচাৰকাৰিণী নগৰীৰ সন্তাপ হব। [২] তাই কথা নুশুনিলে, শিকনি গ্ৰহণ নকৰিলে, যিহোৱাত নিৰ্ভৰ নকৰিলে, আৰু আপোন ঈশ্বৰৰ ওচৰ নেচাপিল। [৩] তাইৰ মাজত থকা অধ্যক্ষবোৰ গৰ্জ্জনকাৰী সিংহ; তাইৰ বিচাৰকৰ্ত্তাবোৰ গধূলি বেলাৰ ৰাংকুকুৰ; সিঁহতে ৰাতিপুৱালৈ একো নেৰাখে। [৪] তাইৰ ভাববাদীবোৰ গৰ্ব্বী আৰু বিশ্বাসঘাতক; তাইৰ পুৰোহিতবোৰে ধৰ্ম্মধাম অপবিত্ৰ কৰিলে, আৰু ব্যৱস্থাৰ বিৰুদ্ধে অত্যাচাৰ কৰিলে। [৫] তাইৰ

মাজত থকা যিহোবা ধার্ম্মিক; তেওঁ অন্যায় নকরে, প্রতিরাতিপুবাতে তেওঁ আপোন ন্যায় বিচার পোহরলৈ আনে, ক্রটি নকরে; কিন্তু অন্যায়-আচরণ করোঁতা লোকে লজ্জাবোধ নকরে। ৬ময় জাতিবোরক উচ্ছন্ন করিলোঁ, সিহঁতর কোঁঠবোর ধ্বংস করা হল; ময় সিহঁতর আলিবোর এনেকৈ শূন্য করিলোঁ, যে, কোনেও সেইবোরেদি অহাযোবা নকরে, সিহঁতর নগরবোর এনেকৈ নষ্ট হল, যে, সেইবোরত কোনো মানুহ নাই, সেইবোরত বসতি করোঁতাও নাই। ৭ময় কৈছিলোঁ, তুমি অবশ্যে মোক ভয় করিবা, তুমি শিকনি গ্রহণ করিবা; তাতে তাইর বিষয়ে ময় যি যি নিরূপণ করিলোঁ, সেই সকলো মতে তাইর বাসস্থান উচ্ছন্ন করা নহব; কিন্তু সিহঁতে সোনকালে উঠি আপোনাবিলাকর সকলো কার্য্য ভ্রষ্ট করিলে। ৮এই কারণে, যিহোবাই কৈছে, ময় চিকার ধরিবলৈ মুঠা দিনলৈকে তোমালোকে মোলৈ বাট চাই থাকা; কিয়নো মোর মনস্থ এই, যে, জাতিবোরক চপাই আরু রাজ্যবোর একে লগ করি সিহঁতর ওপরত মোর ক্রোধ, এনে কি, মোর প্রচণ্ড কোপ বর্ষাম; কারণ মোর অন্তর্জ্জালার অগ্নিরে গোটেই পৃথিবী গ্রাসিত হব। ৯কিয়নো, আটাই জাতিয়ে যিহোবার নামেরে প্রার্থনা করিবর নিমিত্তে, আরু সিহঁত আটাইবোরে একে মনেরে তেওঁর আরাধনা করিবর নিমিত্তে, ময় সেই সময়ত সিহঁতক শুদ্ধ ওঁঠ দিম। ১০কূচ-দেশীয় নৈবোরর সিপারর পরা মোর নিবেদনকারীবিলাকে, এনে কি, ছিন্নভিন্ন হোবা মোর জাতিস্বরূপা জীয়ারীয়ে মোলৈ উপহার আনিব। ১১যি যি কার্য্যত তুমি মোর অহিতে অপরাধ করিলা, তোমার সেই আটাই কার্য্যর নিমিত্তে সেই দিনা তুমি লজ্জিত নহবা; কিয়নো ময় সেই দিনা গর্ব্বেরে উল্লাস করোঁতা তোমার লোকবিলাকক তোমার মাজর পরা দূর করিম; তাতে তুমি মোর পবিত্র পর্ব্বতত আরু অহঙ্কার নকরিবা। ১২কিন্তু ময় তোমার মাজত দুঃখী-দরিদ্র এক জাতিক অবশিষ্ট রাখিম; সিবিলাকে যিহোবার নামত নির্ভর করিব। ১৩ইস্রায়েলর অবশিষ্ট ভাগে অপরাধ নকরিব, বা মিছা কথা নকব, নাইবা সিবিলাকর মুখত প্রবঞ্চক জিবা পোবা নেযাব; কিয়নো সিবিলাক চরিব আরু শুব, সিবিলাকক ভয় লগাবলৈ কোনো নেথাকিব। ১৪হে চিয়োন-জীয়ারী, গান করা; হে ইস্রায়েল, জয়ধ্বনি করা; হে যিরূচালেম-জীয়ারী, সমস্ত মনেরে আনন্দ আরু উল্লাস করা। ১৫যিহোবাই তোমার দণ্ডবোর দূর করিলে, তোমার শত্রুক খেদি দিলে; ইস্রায়েলর রজা যিহোবা তোমার মাজত আছে; তুমি আরু অমঙ্গললৈ ভয় নকরিবা। ১৬সেই দিনা যিরূচালেমক এই কথা কোবা যাব, তুমি ভয় নকরিবা; হে চিয়োন, তোমার হাত ঢিলা নহওক। ১৭তোমার ঈশ্বর যিহোবা তোমার মাজত আছে, তেওঁ ত্রাণকর্ত্তা বীর; তেওঁ আনন্দেরে তোমার বিষয়ে উল্লাস করিব, আপোন স্নেহত মনে মনে থাকিব, আরু গান গাই তোমার বিষয়ে আনন্দ করিব। ১৮তোমার পরা উৎপন্ন হোবা যি লোকবিলাকে পবিত্র সভার নিমিত্তে শোক করে, আরু ধিক্কারত ভারগ্রস্ত হয়, সেই লোকবিলাকক ময় গোটাম। ১৯দেখা, সেই সময়ত, তোমাক দুঃখ দিয়া আটাইবোরলৈ যি করিব লগীয়া, তাকে ময় করিম; ময় লেঙেরীজনীক রক্ষা করিম, আরু খেদি দিয়া জনীক গোটাম; আরু যিবিলাকর লাজ গোটেই পৃথিবীত ব্যাপিছে, সিবিলাকক ময় প্রশংসা আরু সুখ্যাতির বিষয় করিম। ২০সেই সময়ত ময় তোমালোকক আনিম, আরু সেই সময়ত ময় তোমালোকক গোটাম; কিয়নো, যিহোবাই কৈছে, যেতিয়া ময় তোমালোকর সাক্ষাতে তোমালোকর বন্দী-অবস্থা পরিবর্ত্তন করিম, তেতিয়া পৃথিবীর আটাই জাতির আগত ময় তোমালোকক সুখ্যাতি আরু প্রশংসার বিষয় করিম।

# হগ্গয় ভাববাদীর পুস্তক।

হগ্গয়র প্রথম ভাববাণী।

১ দারিয়াবচ রজার রাজত্বর দ্বিতীয় বছরর ষষ্ঠ মাহর প্রথম দিনা হগ্গয় ভাববাদীর দ্বারায় যিহূদার শাসনকর্ত্তা চল্টীয়েলর পুত্র জরুব্বাবিলর আগত, আরু যিহোচাদকর পুত্র যিহোচূৱা প্রধান পুরোহিতর আগত যিহোৱার বাক্য উপস্থিত হল, [২] বোলে, বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, এই লোকবিলাকে কয়, কামলৈ যাবর আমার সময় হোৱা নাই, যিহোৱার গৃহ সাজিবর সময় হোৱা নাই। [৩] তেতিয়া হগ্গয় ভাববাদীর দ্বারায় যিহোৱার বাক্য উপস্থিত হল, [৪] বোলে, এই গৃহটী উচ্ছন্ন হৈ পড়ি থকা স্থলত, তোমালোক নিজে ওপরত কাঠ লগোৱা আপোন আপোন ঘরত এতিয়া বাস করিবর সময় নে? [৫] এই হেতুকে এতিয়া বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, তোমালোকে আপোন আপোন আচরণ ভাবি চোৱা। [৬] তোমালোকে অধিক সিঁচি অলপ চপাইছা; তোমালোকে আহার করিছা, কিন্তু তৃপ্ত নোহোৱা; তোমালোকে পান করিছা, কিন্তু হেপাহ নপলায়; তোমালোকে কাপর পিন্ধিছা, কিন্তু একো উম নোপোৱা; বেচর নিমিত্তে কাম করা মানুহে বিন্ধা থকা থৈলাত থবলৈহে বেচ পায়। [৭] বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, তোমালোকে আপোন আপোন আচরণ ভাবি চোৱা। [৮] পর্ব্বতলৈ উঠি গৈ কাঠ আনি গৃহটী সাজা; আরু যিহোৱাই কৈছে, ময় তাত সন্তুষ্ট হম, আরু গৌরবান্বিত হম। [৯] তোমালোকে অধিকলৈ আশা করিছিলা, কিন্তু দেখা, অলপ পালা; আরু তোমালোকে তাক ঘরলৈ নিলত, ময় তার ওপরত ফুঁ দিলোঁ; বাহিনীবিলাকর যিহোৱাই কৈছে, কারণ কি? কারণ এই, মোর গৃহটী উচ্ছন্ন হৈ পড়ি আছে, তথাপি তোমালোক প্রতিজনে আপোন আপোন ঘরর কথাত ব্যস্ত আছা। [১০] এই হেতুকে তোমালোকর কারণেই আকাশ-মণ্ডল নিয়র বরষোৱার পরা বন্ধ হল, আরু পৃথিবী ফল উৎপন্ন করার পরা বন্ধ হল। [১১] আরু ময় দেশ ও পর্ব্বতর ওপরলৈ, শস্য, দ্রাক্ষারস, তেল আদি করি ভূমিয়ে উৎপন্ন করা বস্তুর ওপরলৈ, আরু মানুহ, পশু, আরু তোমালোকর হাতর পরিশ্রমর সকলো ফলর ওপরলৈ খর মাতিলোঁ।

[১২] তেতিয়া চল্টীয়েলর পুত্র জরুব্বাবিল, যিহোচাদকর পুত্র যিহোচূৱা প্রধান পুরোহিত, আরু লোকবিলাকর আটাই অবশিষ্ট ভাগে আপোনাবিলাকর ঈশ্বর যিহোৱার বাক্যলৈ, আরু আপোনাবিলাকর ঈশ্বর যিহোৱাই পঠাইছে বুলি হগ্গয় ভাববাদীর কথালৈ কাণ দিলে, আরু লোকবিলাকে যিহোৱালৈ ভয় রাখিলে। [১৩] তাতে যিহোৱার দূত হগ্গয়ে যিহোৱাই দিয়া বার্ত্তা প্রকাশ করি লোকবিলাকক কলে, যিহোৱাই কৈছে, ময় তোমালোকর লগত আছোঁ। [১৪] আরু যিহোৱাই যিহূদার শাসনকর্ত্তা চল্টীয়েলর পুত্র জরুব্বাবিলর, যিহোচাদকর পুত্র যিহোচূৱা প্রধান পুরোহিতর, আরু লোকবিলাকর আটাই অবশিষ্ট ভাগর মন উচটালত, সিবিলাকে আহি, [১৫] দারিয়াবচ রজার রাজত্বর দ্বিতীয় বছরর ষষ্ঠ মাহর চব্বিশ দিনর দিনা সিবিলাকর ঈশ্বর বাহিনীবিলাকর যিহোৱার গৃহর কাম করিবলৈ ধরিলে।

হগ্গয়র দ্বিতীয়, তৃতীয়, আরু চতুর্থ ভাববাণী।

২ সপ্তম মাহর একৈশ দিনর দিনা হগ্গয় ভাববাদীর দ্বারায় যিহোৱার বাক্য উপস্থিত হল, [২] বোলে, তুমি এতিয়া যিহূদার শাসনকর্ত্তা চল্টীয়েলর পুত্র জরুব্বাবিলক, যিহোচাদকর পুত্র

যিহোচূৱা প্রধান পুরোহিতক, আরু লোক-বিলাকর অৱশিষ্ট ভাগক এই কথা কোৱা, [3]এই গৃহটী পূর্ব্বর প্রতাপর অৱস্থাত দেখা তোমালোকর মাজত কোন অৱশিষ্ট আছে? আরু এতিয়া তোমালোকে ইয়াক কেনে দেখিছা? তোমালোকর দৃষ্টিত এয়ে একো নোহোৱা যেন নেলাগে নে? [4]কিন্তু, যিহোৱাই কৈছে, হে জরুব্বাবিল, তুমি বলৱান হোৱা; যিহোচাদকর পুত্র হে যিহোচূৱা প্রধান পুরোহিত, তুমি বলৱান হোৱা; আরু যিহোৱাই কৈছে, হে দেশর আটাই লোকবিলাক তোমালোক বলৱান হোৱা, আরু কার্য্য করা; কিয়নো, বাহিনীবিলাকর যিহোৱাই কৈছে, [5]তোমালোক মিচরর পরা ওলাই অহা কালত তোমালোকর লগত ময় স্থির করা নিয়মর দরে ময় তোমালোকর লগত আছোঁ, আরু মোর আত্মাই তোমালোকর মাজত অৱস্থিতি করিছে; তোমালোকে ভয় নকরিবা। [6]কারণ বাহিনী-বিলাকর যিহোৱাই এই কথা কৈছে, অল-পর পাছতে ময় আরু এবার আকাশ-মণ্ডল আরু পৃথিবীক, সমুদ্র আরু শুকান ভূমিক লরাম; ময় আটাই জাতিক কঁপাম; [7]আরু আটাই জাতির বাঞ্ছনীয় বস্তু আহিব; বাহিনীবিলাকর যিহোৱাই কৈছে, ময় এই গৃহটী গৌরবেরে পরিপূর্ণ করিম। [8]বাহিনীবিলাকর যিহোৱাই কৈছে, রূপ মোরেই, সোণো মোরেই। [9]বাহিনীবিলাকর যিহোৱাই কৈছে, এই গৃহটীর পূর্ব্বর প্রতাপতকৈ তার শেষর প্রতাপ অধিক হব; আরু বাহিনীবিলাকর যিহোৱাই কৈছে, এই ঠাইতেই ময় শান্তি দান করিম।

[10]দারিয়াবচর রাজত্বর দ্বিতীয় বছরর নৱম মাহর চব্বিশ দিনর দিনা হগ্গয় ভাববাদীর দ্বারায় যিহোৱার বাক্য উপস্থিত হল, [11]বোলে, বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, তুমি এতিয়া পুরোহিতবিলাকক ব্যৱস্থার বিষয়ে সোধা। [12]কোনোৱে যদি আপোনার কাপরর আঁচলত পবিত্র মাংস বান্ধি লৈ যায়, আরু পিঠা, বা সিজোৱা ডাইল, বা দ্রাক্ষারস, বা তেল কি আন কোনো খোৱা বস্তুত তার সেই আঁচল লাগে, তেন্তে সেয়ে পবিত্র হব নে? তাতে পুরোহিতবিলাকে কলে, নহব। [13]তেতিয়া হগ্গয়ে কলে, মরা শৱ চুই অশুচি হোৱা কোনো মানুহে যদি সেইবোরর মাজর কোনো বস্তু চোৱে, তেন্তে সেয়ে অশুচি হব নে? পুরোহিতবিলাকে উত্তর দি কলে, সেয়ে অশুচি হব। [14]তেতিয়া হগ্গয়ে উত্তর দি কলে, যিহোৱাই কৈছে, মোর আগত এই লোকবিলাক আরু এই জাতি তেনেকুৱা, আরু সিহঁতর হাতর সকলো কার্য্যও তেনেকুৱা, আরু সৌ তাত সিহঁতে যি উৎসর্গ করে, সিও অশুচি। [15]আরু এতিয়া ময় বিনয় করোঁ, যিহোৱার মন্দিরত শিলর ওপরত শিল স্থাপন নকরা দিনরে পরা আজিলৈকে সেই সকলো দিন বিবেচনা করা। [16]সেই সকলো দিনত কোনো মানুহে বিশ জোখর শস্যর দ'মর ওচরলৈ আহিলে, কেৱল দহ জোখ মাথোন পায়, আরু কোনো মানুহে পঞ্চাশ কলহ দ্রাক্ষারস তুলিবলৈ দ্রাক্ষাকুণ্ডলৈ আহিলে, কেৱল বিশ কলহহে পায়। [17]ময় তোমালোকর হাতর আটাই কার্য্যত ককর্ত্তনীয়া, রঙামূরীয়া, আরু শিলাবৃষ্টিরে তোমালোকক আঘাত করিলোঁ; তথাপি যিহোৱাই কৈছে, তোমালোকে মোলৈ মুঘূরিলা। [18]ময় বিনয় করোঁ, আজি নৱম মাহর চব্বিশ দিনর দিনালৈকে যিমান দিন অতীত হৈ গল, সেই সকলো দিন তোমালোকে বিবেচনা করা, যিহোৱার মন্দিরর ভিত্তিমূল স্থাপন করা দিনরে পরা আজিলৈকে সকলো দিন বিবেচনা করা। [19]ভঁরালত শস্য এতিয়া-লৈকে আছে নে? এনে কি, দ্রাক্ষালতা, ডিমরু গছ, ডালিম, আরু জিত গছেও ফল ধরা নাই; আজির পরাই ময় আশীর্ব্বাদ করিম।

[20]পাছে মাহর চব্বিশ দিনর দিনা যিহোৱার বাক্য দ্বিতীয়বার হগ্গয়র ওচরলৈ আহিল, [21]বোলে, তুমি যিহুদার শাসনকর্ত্তা জরুব্বাবিলক কোৱা, ময় আকাশ-মণ্ডল আরু পৃথিবী লরাম; [22]ময় রাজ্যবোরর সিংহাসন লুটিয়াই পেলাম, জাতিবিলাকর রাজ্যর পরাক্রম লুপ্ত করিম, আরু রথ ও রথত উঠাবিলাকক লুটিয়াই পেলাম; ঘোঁরা আরু ঘোঁরাত উঠাবিলাক আপোন আপোন ভাইর তরোৱালর দ্বারায় পতিত হব। [23]বাহিনীবিলাকর যিহোৱাই কৈছে, হে চল্টী-য়েলর পুত্র মোর দাস জরুব্বাবিল, সেই দিনা

মম তোমাক গ্রহণ করিম, ইয়াক যিহোৱাই কৈছে; আৰু মই তোমাক মোহৰ মরা আঙঠিস্বরূপ করিম; কিয়নো, বাহিনীবিলাকর যিহোৱাই কৈছে, মম তোমাক মনোনীত করিলোঁ।

# জখরিয়া ভাববাদীর পুস্তক।

মন পালটাবলৈ আমন্ত্রণ। জখরিয়ার প্রথম আৰু দ্বিতীয় দর্শন।

১ দারিয়াবচর রাজত্বর দ্বিতীয় বছরর অষ্টম মাহত ইদ্দোর নাতিয়েক বেরেখিয়ার পুত্র জখরিয়া ভাববাদীর ওচরলৈ যিহোৱার বাক্য আহিল, [২] বোলে, যিহোৱাই তোমালোকর পূর্ব্বপুরুষবিলাকর ওপরত অতিশয় অসন্তুষ্ট হৈছিল। [৩] এই হেতুকে তুমি এই লোকবিলাকক কোৱা, বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, তোমালোকে মোলৈ ঘূরা, এয়ে বাহিনীবিলাকর যিহোৱার বচন; তাতে মম তোমালোকলৈ ঘূরিম, ইয়াক বাহিনীবিলাকর যিহোৱাই কৈছে। [৪] তোমালোক আপোনাবিলাকর পূর্ব্বপুরুষবিলাকর নিচিনা নহবা; সিবিলাকর আগত আগর কালর ভাববাদীবিলাকে কৈছিল, বোলে, বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, তোমালোকে আপোন আপোন কুপথর, আৰু আপোন আপোন কুকার্য্যর পরা ঘূরা; কিন্তু, যিহোৱাই কৈছে, সিবিলাকে তাক শুনিলে, বা মোলৈ কাণ নিদিলে। [৫] তোমালোকর পূর্ব্বপুরুষবিলাক ক'ত? আৰু ভাববাদীবিলাক চিরকাললৈকে জীয়াই থাকে নে? [৬] কিন্তু মোর দাস ভাববাদীবিলাকক মম আজ্ঞা করা মোর বাক্য আৰু হুকুমবোরে তোমালোকর পূর্ব্বপুরুষবিলাকক ঢুকি পোৱা নাই নে? তাতে সিবিলাকে ঘূরি কলে, আমার আচার-ব্যৱহার আৰু আমার কার্য্য অনুসারে আমালৈ করিবর নিমিত্তে বাহিনীবিলাকর যিহোৱাই থির করার দরে তেওঁ আমালৈ করিলে।

[৭] দারিয়াবচর রাজত্বর দ্বিতীয় বছরর একাদশ অর্থাৎ চবাট মাহর চব্বিশ দিনর দিনা ইদ্দোর নাতিয়েক বেরেখিয়ার পুত্র জখরিয়া ভাববাদীক যিহোৱার দ্বারায় এই কথা জনোৱা হল; [৮] মম রাতি দর্শনত দেখিলোঁ, যে, এজনা পুরুষে এটা রঙা ঘোঁরাত উঠি চাপর ঠাইত থকা মেন্দি গছবোরর মাজত থিয় হৈ আছে; আৰু তেওঁর পাছত রঙা, মুগা, আৰু বগা বরণীয়া কেইবাটাও ঘোঁরা আছিল। [৯] তেতিয়া মম সুধিলোঁ, হে মোর প্রভো, ইবিলাক কোন? তাতে মোর লগত কথা হোৱা দূতজনে মোক কলে, ইবিলাক কোন, তাক মম তোমাক দেখুৱাম। [১০] পাছে মেন্দি গছবোরর মাজত থিয় হোৱা পুরুষজনাই উত্তর দি কলে, পৃথিবীত ইফালে সিফালে ফুরিবলৈ যিহোৱাই পঠোৱা লোক এইবিলাক। [১১] তাতে সিবিলাকে মেন্দি গছবোরর মাজত থিয় হৈ থকা যিহোৱার দূতজনাক উত্তর দি কলে, আমি পৃথিবীত ইফালে সিফালে ফুরিলোঁ, আৰু দেখা, গোটেই পৃথিবী সুস্থির আৰু বিশ্রামে আছে। [১২] তেতিয়া যিহোৱার দূত জনাই উত্তর দি কলে, যি যিরূচালেমর, আৰু যিহূদার যি নগরবোরর অহিতে তুমি এই সত্তর বছর ক্রোধ করিয়েই আছা, হে, বাহিনীবিলাকর যিহোৱা, সেই যিরূচালেমর, আৰু যিহূদার সেই নগরবোরর ওপরত কিমান কাল নো তুমি দয়া নকরাকৈ থাকিবা?

১৩ তেতিয়া যিহোৱাই, মোৰে সৈতে কথা হোৱা দূতজনক উত্তম বাক্য, এনে কি, সান্ত্বনাদায়ক বাক্যেৰে উত্তৰ দিলে। ১৪ তাতে মোৰ লগত কথা হোৱা দূতজনে মোক কলে, তুমি ঘোষণা কৰি কোৱা, বাহিনীবিলাকৰ যিহোৱাই কৈছে, মই যিৰূচালেম আৰু চিয়োনৰ অৰ্থে মহা-অন্তৰ্জ্বালাৰে জ্বলিছোঁ। ১৫ আৰু নিশ্চিন্তে থকা জাতিবিলাকৰ ওপৰত মই অতিশয় অসন্তুষ্ট হৈছোঁ; কিয়নো মই কেৱল অলপ অসন্তুষ্ট হোৱাত, সিহঁত অমঙ্গলৰ অৰ্থে সাহায্য কৰোঁতা হল। ১৬ এই হেতুকে যিহোৱাই এই কথা কৈছে, মই নানা দয়াৰে সৈতে যিৰূচালেমলৈ ঘূৰিলোঁ; বাহিনীবিলাকৰ যিহোৱাই কৈছে, তাত মোৰ গৃহ সজা হব, আৰু যিৰূচালেমৰ ওপৰত এডাল পৰিমাণ-জৰী বিস্তাৰ কৰা হব। ১৭ তুমি আকৌ ঘোষণা কৰি কোৱা, বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, মোৰ নগৰবোৰ পুনৰায় মঙ্গলেৰে উপচি পৰিব; যিহোৱাই চিয়োনক পুনৰায় সান্ত্বনা কৰিব, আৰু যিৰূচালেমক আকৌ মনোনীত কৰিব।

১৮ পাছে মই চকু তুলি চাই চাইটা শিঙ্গ দেখিলোঁ। ১৯ তেতিয়া মোৰ লগত কথা হোৱা দূতজনক মই সুধিলোঁ, এইবোৰ কি? তাতে তেওঁ মোক উত্তৰ দিলে, বোলে, যিহূদা, ইস্ৰায়েল, আৰু যিৰূচালেমক ছিন্নভিন্ন কৰা শিঙ্গ এইবোৰ। ২০ পাছে যিহোৱাই মোক চাৰি জন শিল্পকৰ দেখুৱালে। ২১ তাতে মই সুধিলোঁ, ইবিলাকে কি কৰিবলৈ আহিছে? তেওঁ কলে, কোনো মানুহে আপোন মূৰ দাঙিব নোৱৰাকৈ যিহূদাক ছিন্নভিন্ন কৰা শিঙ্গ এইবোৰ; কিন্তু যি জাতিবোৰে যিহূদা দেশ ছিন্নভিন্ন কৰিবলৈ তাৰ অহিতে আপোন আপোন শিঙ্গ তুলিছিল, সেই জাতিবোৰক ত্ৰাসিত কৰিবলৈ, সিহঁতৰ শিঙ্গবোৰ ভাঙ্গি পেলাবলৈ ইবিলাক আহিছে।

জখৰিয়াৰ তৃতীয় দৰ্শন।

২ পাছে মই চকু তুলি চাই হাতত এডাল পৰিমাণ-জৰী লোৱা এজন পুৰুষ দেখিলোঁ। ২ তেতিয়া মই সুধিলোঁ, আপুনি কলৈ যায়? তাতে তেওঁ মোক কলে, যিৰূচালেমৰ দৈৰ্ঘ্য আৰু প্ৰস্থ কিমান, তাক জুখি চাবলৈ যাওঁ। ৩ পাছে দেখা, মোৰে সৈতে কথা হোৱা দূতজন আগ বাঢ়ি গল, আৰু আন এজন দূতে তেওঁৰ লগত সাক্ষাৎ কৰিবলৈ ওলাই আহিল; আৰু তেওঁ তেওঁক কলে, ৪ তুমি লৰি গৈ সেই ডেকাক এই কথা কোৱা, যিৰূচালেমৰ মাজত থকা অধিক মানুহ আৰু পশুৰ কাৰণে, যিৰূচালেম গড় নোহোৱা, গাঁৱৰ নিচিনা বসতিস্থান হব; ৫ কিয়নো, যিহোৱাই কৈছে, ময়েই তাৰ চাৰিওফালে অগ্নিৰ গড়, আৰু তাৰ মাজত গৌৰবস্বৰূপ হম। ৬ যিহোৱাই কৈছে, হে লোকবিলাক, হে লোকবিলাক, তোমালোক উত্তৰ দেশৰ পৰা পলাই যোৱা; কিয়নো, যিহোৱাই কৈছে, আকাশৰ চাৰি বায়ুৰে কৰা নিচিনাকৈ মই তোমালোকক ছিন্নভিন্ন কৰিলোঁ। ৭ বাবিলজীয়াৰীৰে সৈতে প্ৰবাস কৰা হে চিয়োন, ৰক্ষাৰ অৰ্থে পলোৱা। ৮ কিয়নো বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, গৌৰৱ প্ৰকাশিত হোৱাৰ পাছত, তোমালোকক লুট কৰা জাতিবোৰৰ ওচৰলৈ তেওঁ মোক পঠালে; কাৰণ যি জনে তোমালোকক স্পৰ্শ কৰে, সেই জনে তেওঁৰ চকুৰ মণি স্পৰ্শ কৰে। ৯ কিয়নো দেখা, মই সিহঁতৰ ওপৰত মোৰ হাত জোকাৰিম; তাতে সিহঁত আপোনাবিলাকৰ বন্দীকাম কৰাবিলাকৰ লুটদ্ৰব্য হব, আৰু বাহিনীবিলাকৰ যিহোৱাই যে মোক পঠালে, তাক তোমালোকে জানিবা। ১০ হে চিয়োনজীয়াৰী, গীত গাই আনন্দ কৰা; কিয়নো, যিহোৱাই কৈছে, দেখা, মই আহিছোঁ, আৰু মই তোমাৰ মাজত বাস কৰিম। ১১ সেই দিনা অনেক জাতিয়ে যিহোৱাৰ লগ লব, আৰু সিবিলাক মোৰ প্ৰজা হব, আৰু মই তোমাৰ মাজত বাস কৰিম; তাতে, বাহিনীবিলাকৰ যিহোৱাই যে মোক তোমাৰ ওচৰলৈ পঠালে, তাক তুমি জানিবা। ১২ আৰু যিহোৱাই পবিত্ৰ দেশত আপোন অংশস্বৰূপে যিহূদা অধিকাৰ কৰিব, আৰু পুনৰায় যিৰূচালেমক মনোনীত কৰিব। ১৩ হে মৰ্ত্ত্যবিলাক, যিহোৱাৰ আগত মনে মনে থাকা; কিয়নো তেওঁ আপোন পবিত্ৰ আবাসৰ পৰা জাগি উঠিছে।

জখরিয়ার চতুর্থ দর্শন।

৩ পাছে যিহোবার দূতজনার আগত প্রধান পুরোহিত যিহোচূবা থিয় হৈ থকা, আরু তেওঁর অহিতে শত্রুতা দেখুৱাবর নিমিত্তে তেওঁর সোঁহাতে চয়তান থিয় হৈ থকা তেওঁ মোক দেখুৱালে। ২ তেতিয়া যিহোবাই চয়তানক কলে, হে চয়তান, যিহোবাই তোমাক ধমকি দিওক, এনে কি, যিরূচালেম মনোনীত করা যিহোবাই তোমাক ধমকি দিওক; এওঁ জুইর পরা উলিয়াই অনা আধা পোরা খরি যেন নহয় নে? ৩ সেই সময়ত যিহোচূবাই মলিন বস্ত্র পিন্ধি দূতজনার আগত থিয় হৈ আছিল। ৪ আরু তেওঁ আপোনার আগত থিয় হৈ থকা-বিলাকক কলে, এওঁর গার পরা মলিন বস্ত্র নিয়া। তেওঁ যিহোচূবাক কলে, দেখা, ময় তোমার অপরাধ তোমার পরা গুচালোঁ, আরু তোমাক উৎসবর বস্ত্র পিন্ধাম। ৫ তেতিয়া ময় কলোঁ, তেওঁর মূরত সিবিলাকে এটা শুচি পাগুরি দিওক; তাতে সিবিলাকে তেওঁর মূরত এটা শুচি পাগুরি দি তেওঁক বস্ত্র পিন্ধালে; আরু যিহোবার দূতজনা ওচরত থিয় হৈ থাকিল। ৬ পাছে যিহোবার দূতজনাই যিহোচূবাক দৃঢ়রূপে কলে, ৭ বাহিনীবিলাকর যিহোবাই এই কথা কৈছে, তুমি যদি মোর পথত চলা, আরু মোর পালনীয় পালন করা, তেনে হলে তুমি মোর গৃহটীর কার্য্য চলাবা, মোর চোঁতালখন রখিবা, আরু থিয় হৈ থকা এই-বিলাকর মাজত, ময় তোমাক ওচরলৈ আহিবর অধিকার দিম। ৮ হে যিহোচূবা প্রধান পুরোহিত, শুনা, তুমি আরু তোমার আগত বহি থাকোঁতা লগরীয়াবিলাকে শুনা; কিয়নো সিবিলাক চিনস্বরূপ লোক; কারণ দেখা, ময় আপোন দাস গজালিটী উৎপন্ন করিম। ৯ কিয়নো দেখা, যিহোচূবার আগত ময় স্থাপন করা শিল সৌটী; এটা শিলর ওপরত সাতোটা চকু রখা হৈছে; বাহিনীবিলাকর যিহোবাই কৈছে, দেখা, ময় তার উপযুক্ত নকচা তাত কাটিম, আরু ময় এই দেশর অপরাধ একে দিনাই গুচাম। ১০ বাহিনীবিলাকর যিহোবাই কৈছে, সেই দিনা তোমালোক প্রতিজনে আপোন আপোন ওচর-চুবুরীয়াক দ্রাক্ষালতা-ডালর আরু ডিমরু গছজোপার তললৈ নিমন্ত্রণ করিবা।

জখরিয়ার পঞ্চম দর্শন।

৪ পাছে মোরে সৈতে কথা হোবা দূতজনে আকৌ আহি, টোপনির পরা মানুহ জগোবার দরে মোক জগালে; ২ আরু তেওঁ মোক কলে, তুমি কি দেখিছা? তাতে ময় কলোঁ, ময় চাই গোটেইটো সোণর এক দীপাধার দেখিছোঁ; তার মূরত তার এটা তেলাধার, আরু তার ওপরত তার সাতোটা প্রদীপ আছে, আরু তার মূরত থকা প্রত্যেক প্রদীপর নিমিত্তে সাতডাল সাতডাল নলা আছে; ৩ আরু তার ওচরত দোজোপা জিতবৃক্ষ আছে, এজোপা তেলাধারর সোঁফালে, আরু আন জোপা তার বাওঁফালে। ৪ পাছে মোরে সৈতে কথা হোবা দূতজনক ময় সুধিলোঁ, হে মোর প্রভো, এইবোর কি? ৫ তাতে মোরে সৈতে কথা হোবা দূতজনে উত্তর দি মোক কলে, এইবোর কি, তাক তুমি নেজানা নে? ময় কলোঁ, হে মোর প্রভো, নেজানো। ৬ তেতিয়া তেওঁ উত্তর দি মোক এই কথা কলে, জরুব্বাবিললৈ অহা যিহোবার বাক্য এই, শক্তি বা পরাক্রমর দ্বারায় নহয়, কিন্তু মোর আত্মার দ্বারায়হে, ইয়াক বাহিনী-বিলাকর যিহোবাই কৈছে। ৭ হে বৃহৎ পর্ব্বত, তুমি কি? জরুব্বাবিলর আগত তুমি সমথল হৈ যাবা, আরু, "অনুগ্রহ, ইয়ালৈ অনুগ্রহ হওক," এই জয়ধ্বনিরে সৈতে তেওঁ প্রধান শিলটী উলিয়াই আনিব। ৮ পাছে যিহোবার বাক্য মোলৈ আহিল, ৯ বোলে, জরুব্বাবিলর হাতে এই গৃহটীর ভিত্তিমূল স্থাপন করিলে, আরু তেওঁর হাতে তাক সমাপ্তও করিব; তাতে তুমি জানিবা, যে, বাহিনীবিলাকর যিহোবাই মোক তোমালোকর ওচরলৈ পঠালে। ১০ কিয়নো সরু সরু বিষয়র দিন কোনে হেয়জ্ঞান করিব? কারণ সেই সাতোটাই, যিহোবার চকু কেইটায়েই আনন্দ করি জরুব্বাবিলর হাতত ওলোম-জরীডাল দেখিব; সেইবোরে গোটেই পৃথিবীত ইফালে সিফালে ভ্রমি ফুরে। ১১ পাছে ময় তেওঁক আকৌ সুধিলোঁ, দীপাধারর সোঁ

আৰু বাঁওফালে থকা এই দোজোপা জিত-বৃক্ষ কি? [১২] দ্বিতীয়বাৰ মই তেওঁক সুধিলোঁ, যি দুডাল সোণোৱালী নলাই নিজৰ নিজৰ পৰা সোণোৱালী তেল ঢালি দিয়ে, সেই নলা দুডালৰ ওচৰত থকা জিতবৃক্ষৰ সেই দুটা ডাল বা কি? [১৩] তাতে তেওঁ মোক উত্তৰ দি কলে, সেই কেইডাল কি, তাক তুমি নেজানা নে? মই কলোঁ, হে মোৰ প্ৰভো, নেজানো। [১৪] তেতিয়া তেওঁ মোক কলে, গোটেই পৃথিবীৰ যিহোৱাৰ ওচৰত থিয় হৈ থকা এই দুডাল তেল যোগাওঁতা পুৰুষ।

জখৰিয়াৰ ষষ্ঠ আৰু সপ্তম দৰ্শন।

৫ পাছে মই আকৌ চকু তুলি চাই, উড়ি থকা এখন মুৰিয়াৰ পৰা পুথী দেখিলোঁ। [২] তেতিয়া তেওঁ মোক কলে, কি দেখিছা? মই কলোঁ, মুৰিয়াৰ পৰা এখন উড়ি থকা পুথী দেখিছোঁ; সেয়ে দীঘলে বিশ হাত, আৰু বহলে দহ হাত। [৩] তাতে তেওঁ মোক কলে, গোটেই দেশৰ ওপৰেদি ওলাই যোৱা এয়ে অভিশাপ; কিয়নো যেয়ে চুৰ কৰে, সি তাৰ এপিঠিৰ মতে উচ্ছন্ন হব; আৰু যেয়ে শপথ কৰে, সি তাৰ আন পিঠিৰ মতে উচ্ছন্ন হব। [৪] বাহিনী-বিলাকৰ যিহোৱাই কৈছে, তাক মই উলিয়ালোঁ; আৰু সেয়ে চোৰৰ ঘৰত, আৰু মোৰ নামেৰে মিছা শপথ কৰোঁতাৰ ঘৰত সোমাব, আৰু সেয়ে তাৰ ঘৰৰ মাজত থাকি কাঠ আৰু শিলে সৈতে তাক বিনষ্ট কৰিব।

[৫] পাছে মোৰে সৈতে কথা হোৱা দূতজনে ওলাই আহি মোক কলে, তুমি চকু তুলি চোৱা, সৌটো কি ওলাইছে? [৬] তেতিয়া মই সুধিলোঁ, সেইটো কি? তাতে তেওঁ কলে, সেইটো ঐফা-পাত্ৰ ওলাইছে। তেওঁ আৰু কলে, সেই-টোৱেই গোটেই দেশৰ মানুহবিলাকৰ এক উপমাস্বৰূপ, [৭] (আৰু ঘূৰণীয়া এডোখৰ সীহ তোলা হল;) আৰু এই জনী ঐফা-পাত্ৰৰ ভিতৰত বহি থকা তিৰুতা। [৮] তেওঁ আকৌ মোক কলে, এয়ে দুষ্টতা; এই বুলি তেওঁ তাইক ঐফা-পাত্ৰৰ ভিতৰলৈ হেঁচা মাৰি দিলে, আৰু তাৰ মুখত সেই সীহৰ ডগাটো দিলে। [৯] তেতিয়া মই চকু তুলি চাই দেখিলোঁ, যে, দুজনী তিৰুতা ওলাই আহিল, আৰু সিহঁতৰ ডেউকাত বায়ু আছিল; বড়-টোকোলাৰ ডেউকাৰ নিচিনা সিহঁতৰ ডেউকা আছিল; সিহঁতে পৃথিবী আৰু আকাশৰ মাজেদি ঐফা-পাত্ৰটো লৈ গল। [১০] তেতিয়া মোৰে সৈতে কথা হোৱা দূতজনক মই সুধিলোঁ, সিহঁতে ঐফা-পাত্ৰটো লৈ কলৈ গৈছে? [১১] তাতে তেওঁ মোক কলে, চিনাৰ দেশত তাইৰ নিমিত্তে এটা ঘৰ সাজিবলৈ গৈছে; তাক সজা হলে, তাইক তাইৰ নিজৰ ঠাইত স্থাপন কৰা হব।

জখৰিয়াৰ অষ্টম দৰ্শন।

৬ পুনৰায় মই চকু তুলি চাই দেখিলোঁ, দুই পৰ্ব্বতৰ মাজৰ পৰা চাৰিখন ৰথ ওলাই আহিল। সেই পৰ্ব্বত পিত্তলৰ পৰ্ব্বত। [২] প্ৰথম ৰথত ৰঙা ঘোঁৰা, দ্বিতীয়খনত কলা ঘোঁৰা, [৩] তৃতীয়-খনত বগা ঘোঁৰা, আৰু চতুৰ্থখনত বলী ফুটুকা ঘোঁৰা। [৪] তেতিয়া মোৰে সৈতে কথা হোৱা দূতজনক মই সুধিলোঁ, হে মোৰ প্ৰভো, এই-বোৰ কি? [৫] তাতে দূতজনে উত্তৰ দি মোক কলে, এইবোৰ গোটেই পৃথিবীৰ প্ৰভুৰ আগত থিয় হৈ থকাৰ পৰা ওলাই অহা আকাশৰ চাৰি বায়ু। [৬] কলা ঘোঁৰাৰ ৰথখন উত্তৰ দেশৰ ফাললৈ ওলাই গৈছে, বগাবোৰ সিহঁতৰ পাছত গৈছে, ফুটুকাবোৰ দক্ষিণ দেশলৈ গৈছে। [৭] আৰু বলীবোৰে ওলাই গৈ, পৃথিবীত ইফালে সিফালে ফুৰিবৰ নিমিত্তে অনুমতি খুজিলে; তাতে তেওঁ কলে, যোৱা, পৃথিবীত ইফালে সিফালে ফুৰাগৈ। তেতিয়া সেইবোৰে পৃথি-বীত ইফালে সিফালে ফুৰিলে। [৮] পাছে তেওঁ মোক মাতি কলে, দেখা, উত্তৰ দেশৰ ফালে ওলাই যোৱাবোৰে উত্তৰ দেশত মোৰ ক্ৰোধ মাৰ নিয়ালে।

[৯] পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, [১০] বোলে, তুমি গৈ হিল্‌দয়, টোবিয়া, যিদয়া, এই দেশান্তৰিত লোকবিলাকৰ পৰা ৰূপ আৰু সোণ লোৱাগৈ; তুমি আজিয়েই নিজে গৈ, বাবিলৰ পৰা সিবিলাক যি ঘৰলৈ আহিল, [১১] চফনিয়াৰ পুত্ৰ যোচিয়াৰ সেই ঘৰত সোমাই সেই ৰূপ আৰু সোণ লৈ, তাৰে দুটা কিৰীটি সাজি যিহোচাদকৰ পুত্ৰ যিহোচূৱা প্ৰধান পুৰো-

হিতর মূরত দিয়াগৈ; ১২ আরু তুমি তেওঁক কবা, বাহিনীবিলাকর যিহোবাই এই কথা কৈছে, দেখা, পোখা নামেরে প্রখ্যাত পুরুষ; তেওঁ আপোন ঠাইত বাঢ়িব, আরু যিহোবার মন্দির সাজিব। ১৩ হয়, তেবেঁই যিহোবার মন্দির সাজিব, আরু তেওঁ গৌরব-মুকুটেরে বিভূষিত হৈ আপোন সিংহাসনত বহি রাজত্ব করিব, আরু পুরোহিত হৈ আপোন সিংহাসনত বহিব; তাতে সেই উভয়র মাজত শান্তির মন্ত্রণা থাকিব। ১৪ আরু সেই দুটা কিরীটি হেলেম, টোবিয়া, যিদয়া, আরু চফনিয়ার পুত্র হেনর সোঁবরণর অর্থে যিহোবার মন্দিরত থাকিব। ১৫ আরু দূরত থকা লোকবিলাকে আহি যিহোবার মন্দির-নির্ম্মাণর সাহায্য করিব; তাতে, বাহিনী-বিলাকর যিহোবাই যে মোক তোমালোকর ওচরলৈ পঠালে, ইয়াক তোমালোকে জানিবা। আরু তোমালোকে যত্নেরে তোমালোকর ঈশ্বর যিহোবার বাক্য পালন করিলে, এয়ে সিদ্ধ হব।

ইস্রায়েলে পঠোবা দূতবিলাকর প্রশ্ন আরু তার উত্তর।

**৭** পাছে দারিয়াবচ রজার রাজত্বর চতুর্থ বছরর কিচ্লেব নামেরে নবম মাহর চতুর্থ দিনা, জখরিয়ার ওচরলৈ যিহোবার বাক্য আহিল। ২ সেই কালত, যিহোবার অনুগ্রহ প্রার্থনা করিবলৈ, আরু "ময় ইমান বছর যি রূপে করি আহিছোঁ, সেই রূপে নিজকে পৃথক রাখি পঞ্চম মাহত কান্দিম নে?" ৩ এই বুলি বাহিনীবিলাকর যিহোবার গৃহর পুরোহিত আরু ভাববাদীবিলাকক সুধিবলৈ বৈৎ-এলর লোক-বিলাকে চরেচর, রেগম-মেলক, আরু সিবিলাকর মানুহবিলাকক পঠাই দিলে। ৪ তেতিয়া বাহিনীবিলাকর যিহোবার বাক্য মোর ওচরলৈ আহিল, ৫ বোলে, তুমি দেশর সকলো লোক-বিলাকক আরু পুরোহিতবিলাকক এই কথা কোবা, যেতিয়া তোমালোকে এই সত্তর বছর পঞ্চম আরু সপ্তম মাহত ব্রত আরু শোক করিছিলা, তেতিয়া তোমালোকে মোর, মোরেই উদ্দেশে লেশমাত্র ব্রত করিছিলা নে? ৬ আরু যেতিয়া তোমালোকে ভোজন-পান করা, তেতিয়া তোমালোকে নিজর নিজর নিমিত্তে ভোজন-পান নকরা নে? ৭ যি কালত যিরূচালেমত লোকে বাস করিছিল, যিরূচালেম উন্নত অবস্থাত আছিল, তার নগরবোর তার চারিওফালে আছিল, দক্ষিণ অঞ্চল আরু নিম্ন-ভূমিত লোকে বাস করিছিল, সেই পূর্ব্বকালর ভাববাদীবিলাকর দ্বারায় যিহোবাই ঘোষণা করি কোবা বাক্য তোমালোকে শুনা উচিত নহয় নে?

৮ পুনরায় জখরিয়ার ওচরলৈ যিহোবার বাক্য আহিল, ৯ বোলে, বাহিনীবিলাকর যিহোবাই এই কথা কলে, তোমালোকে সত্য বিচার করা, আরু প্রতিজনে আপোন আপোন ভাইরে সৈতে দয়া আরু করুণা ব্যবহার করা; ১০ তোমালোকে বিধবা, পিতৃহীন, বিদেশী, আরু দরিদ্রক উপদ্রব নকরিবা; আরু তোমালোক কোনেও আপোন আপোন ভাইর অহিতে মনত কুকল্পনা নকরিবা। ১১ কিন্তু সিবিলাকে শুনিবলৈ অসম্মত হৈ কান্ধ আঁতরালে, আরু নুশুনিবর নিমিত্তে আপোন আপোন কাণত সোপা দিলে। ১২ এনে কি, সিবিলাকে ব্যবস্থা, আরু বাহিনীবিলাকর যিহোবাই আপোন আত্মার দ্বারায় আগর কালর ভাববাদীবিলাকর হতুবাই পঠোবা বাক্য নুশুনিবর নিমিত্তে আপোন আপোন হৃদয় হীরা যেন টান করিলে; এই হেতুকে বাহিনীবিলাকর যিহোবার মহাক্রোধ হল। ১৩ আরু বাহিনীবিলাকর যিহোবাই কলে, তেওঁ মাতিলত, সিবিলাকে যেনেকৈ নুশুনিলে, তেনেকৈ, সিবিলাকে মাতিলে ময়ো নুশুনিম; ১৪ কিন্তু সিবিলাকে নজনা আটাই জাতির মাজলৈ বামারলি বতাহেরে সিবিলাকক ছিন্ন-ভিন্ন করিম। এই রূপে সিবিলাকর পাছত দেশখন এনে উচ্ছন্ন হল, যে, তার মাজেদি কোনেও অহাযোবা নকরিলে; কিয়নো সিবিলাকর দ্বারায় মনোহর দেশখন উচ্ছন্ন হল।

**৮** পাছে বাহিনীবিলাকর যিহোবার বাক্য মোর ওচরলৈ আহিল, ২ বোলে, বাহিনীবিলাকর যিহোবাই এই কথা কৈছে, ময় চিয়োনর অর্থে মহা-অন্তর্জ্বালারে জ্বলিছোঁ; ময় তেওঁর অর্থে মহাক্রোধেরে জ্বলিছোঁ। ৩ যিহোবাই এই কথা

কৈছে, মই চিয়োনলৈ উলটি আহিলোঁ, আৰু যিৰূচালেমৰ মাজত বাস কৰিম; তাতে যিৰূচালেম সত্য পুৰী বুলি, আৰু বাহিনীবিলাকৰ যিহোৱাৰ পৰ্ব্বতটো পবিত্ৰ পৰ্ব্বত বুলি প্ৰখ্যাত হব। ৪ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, অতি বুঢ়া হোৱাৰ কাৰণে প্ৰতিজনে আপোন আপোন হাতত লাখুটী লোৱা বুঢ়া-বুঢ়ীবিলাকে পুনৰায় যিৰূচালেমৰ চকবোৰত বহিব; ৫ আৰু চকত খেমালি কৰা লৰা-ছোৱালীৰে নগৰৰ চকবোৰ পৰিপূৰ্ণ হব। ৬ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, সেইবোৰ দিনত এই লোকবিলাকৰ অৱশিষ্ট ভাগৰ দৃষ্টিত সেয়ে আশ্চৰিত বোধ হলে, মোৰ দৃষ্টিতো সেয়ে আশ্চৰিত বোধ হব নে? ইয়াক বাহিনীবিলাকৰ যিহোৱাই কৈছে। ৭ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা, মই পূব আৰু পশ্চিম দেশৰ পৰা মোৰ প্ৰজাবিলাকক নিস্তাৰ কৰি আনিম; ৮ তাতে সিবিলাকে যিৰূচালেমৰ মাজত বাস কৰিব, সত্যতাত আৰু ধাৰ্ম্মিকতাত সিবিলাক মোৰ প্ৰজা হব, আৰু মই সিবিলাকৰ ঈশ্বৰ হম। ৯ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, বাহিনীবিলাকৰ যিহোৱাৰ গৃহৰ ভিত্তিমূল, মন্দিৰ সাজিবৰ নিমিত্তে তাৰেই ভিত্তিমূল স্থাপন কৰা দিনৰ ভাববাদীবিলাকৰ মুখে এই বাক্যবোৰ আজিকালি শুনিবলৈ পোৱা যি তোমালোক, তোমালোকৰ হাত সবল হওক। ১০ কিয়নো সেই দিনৰ আগেয়ে মানুহৰ কামৰ বেচ, আৰু পশুৰো কেৰেয়া নাছিল, আৰু শত্ৰুৰ কাৰণে, বাহিৰলৈ যোৱা কি ভিতৰলৈ অহা জনৰ কোনো শান্তি নাছিল; কিয়নো মই প্ৰতিজনক আপোন আপোন ওচৰ-চুবুৰীয়াৰ অহিতে কেঁটাই দিছিলোঁ। ১১ কিন্তু, বাহিনীবিলাকৰ যিহোৱাই কৈছে, এতিয়া মই আগৰ দিনৰ নিচিনাকৈ এই লোকবিলাকৰ অৱশিষ্ট ভাগলৈ ব্যৱহাৰ নকৰিম। ১২ কিয়নো কঠিয়া কুশলযুক্ত হব, দ্ৰাক্ষালতাই আপোন আপোন ফল ধৰিব, ভূমিয়ে আপোনাৰ শস্য উৎপন্ন কৰিব, আৰু আকাশ-মণ্ডলে আপোনাৰ নিয়ৰ বৰষাব; আৰু মই এই লোকবিলাকৰ অৱশিষ্ট ভাগক সেই সকলোৰে অধিকাৰী কৰিম। ১৩ হে যিহুদা-বংশ, আৰু হে ইস্ৰায়েল-বংশ, জাতিবিলাকৰ মাজত তোমালোক যেনেকৈ শাওৰ বিষয় হৈছিলা, তেনেকৈ, মই তোমালোকক উদ্ধাৰ কৰাত তোমালোক আশীৰ্ব্বাদৰ বিষয় হবা; ভয় নকৰিবা, তোমালোকৰ হাত সবল হওক। ১৪ কিয়নো বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে মোৰ ক্ৰোধ তোলা সময়ত মই যেনেকৈ তোমালোকৰ অমঙ্গল কৰিবলৈ সঙ্কল্প কৰিছিলোঁ, আৰু মই মন পালটোৱা নাছিলোঁ, ১৫ ইয়াক বাহিনীবিলাকৰ যিহোৱাই কৈছে, তেনেকৈ আকৌ আজিকালি যিৰূচালেমৰ আৰু যিহুদা-বংশৰ মঙ্গল কৰিবলৈ সঙ্কল্প কৰিছোঁ; তোমালোকে ভয় নকৰিবা। ১৬ তোমালোকে কৰিব লগীয়া কাৰ্য্য এইবোৰ; প্ৰতিজনে আপোন আপোন ওচৰ-চুবুৰীয়াৰ আগত সত্য কথা কোৱা, তোমালোকৰ নগৰৰ দুৱাৰত যথাৰ্থ আৰু শান্তিজনক বিচাৰ সিদ্ধ কৰা। ১৭ তোমালোক কোনেও আপোন মনত আপোন ওচৰ-চুবুৰীয়াৰ অহিতে কুকল্পনা নকৰিবা, আৰু মিছা শপথ ভাল নেপাবা; কিয়নো, যিহোৱাই কৈছে, এই আটাইবোৰ মই ঘিণ কৰোঁ।

১৮ পাছে বাহিনীবিলাকৰ যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, ১৯ বোলে, বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, চতুৰ্থ, পঞ্চম, সপ্তম, আৰু দশম মাহৰ উপবাস যিহুদা-বংশৰ নিমিত্তে আনন্দ ও উল্লাসৰ বিষয়, আৰু সন্তোষজনক উৎসৱ হব; এই হেতুকে তোমালোকে সত্য আৰু শান্তিক ভাল পোৱা। ২০ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, ইও হব, যে, নানা জাতি আৰু অনেক নগৰৰ নিবাসীবিলাক আহিব। ২১ আৰু এখন নগৰৰ নিবাসীবিলাকে আন এখন নগৰলৈ গৈ কব, বলা, যিহোৱাৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰিবলৈ, আৰু বাহিনীবিলাকৰ যিহোৱাক বিচাৰিবলৈ আমি বেগাই যাওঁহঁক; ময়ো যাম। ২২ হয়, অনেক দেশৰ লোক আৰু পৰাক্ৰমী জাতিবিলাকে যিৰূচালেমত বাহিনীবিলাকৰ যিহোৱাক বিচাৰিবলৈ আৰু যিহোৱাৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰিবলৈ আহিব। ২৩ বাহিনীবিলাকৰ যিহোৱাই এই

কথা কৈছে, সেই দিনা জাতিবিলাকৰ মাজৰ আটাই ভাষা কব পৰা দহ জন লোকে এজন যিহূদী লোকৰ কাপৰৰ আঁচল ধৰি কব, আমি তোমালোকৰ লগত যাম; কিয়নো আমি শুনিছোঁ, ঈশ্বৰ তোমালোকৰ লগত আছে।

ইস্রায়েলৰ শত্রুবোৰে ভোগ কৰিব লগীয়া দণ্ড। অভিষিক্ত জনাৰ আগমন।

৯ হদ্ৰক দেশৰ ওচৰলৈ অহা যিহোৱাৰ ভাৰ-বাক্য, আৰু দম্মেচক তাৰ আশ্ৰয়; কিয়নো মানুহৰ আৰু ইস্রায়েলৰ আটাই ফৈদৰ দৃষ্টি যিহোৱালৈ হব। ২ আৰু তাৰ কোবণ্ড থকা হমাতো আশ্ৰয় হব, চীদোনে সৈতে তূৰো হব, কাৰণ তাই বৰ জ্ঞানী। ৩ তূৰে নিজৰ নিমিত্তে দৃঢ় কোঁঠ সাজিলে, আৰু ধূলিৰ নিচিনাকৈ ৰূপ, আৰু বাটৰ বোকাৰ নিচিনাকৈ উত্তম সোণ দ'মালে। ৪ দেখা, প্ৰভুৱে তাইৰ আধি-পত্য গুচাব, আৰু সমুদ্ৰত থকা তাইৰ পৰাক্ৰম বিনষ্ট কৰিব, আৰু তাই অগ্নিৰ দ্বাৰায় গ্ৰাসিত হব। ৫ তাকে দেখি অস্কিলোনে ভয় কৰিব, আৰু তাকে দেখি ঘচায়ো অত্যন্ত বেদনা পাব; ইক্ৰোণো সেই ৰূপ হব, কিয়নো তাইৰ আশা-ভূমি লাজ দিওঁতা হব; আৰু ঘচাৰ পৰা ৰজা লুপ্ত হব, আৰু কোনেও অস্কিলোনত বাস নকৰিব। ৬ আৰু এক জাৰজ জাতিয়ে অচ্দোদত বাস কৰিব, আৰু ময় পলেষ্টীয়াবিলাকৰ গৰ্ব্ব খৰ্ব্ব কৰিম। ৭ আৰু ময় তাৰ মুখৰ পৰা, সি পান কৰা তেজ, আৰু তাৰ দাঁতৰ মাজৰ পৰা তাৰ ঘিণলগীয়া প্ৰসাদ গুচাম; আৰু সিও আমাৰ ঈশ্বৰৰ পক্ষে অবশিষ্ট লোক হব; আৰু সি যিহূদাত প্ৰধান লোক বুলি গণিত হব, আৰু ইক্ৰোণ যিবূচীয়াস্বৰূপ হব। ৮ কোনেও মাজেদি অহাযোৱা কৰিব নোৱৰাকৈ মোৰ বংশৰ চাৰিওফালে সৈন্যসামন্তৰ বিৰুদ্ধে ময় ছাউনি পাতিম; তাতে কোনো অত্যা-চাৰী লোক সিবিলাকৰ মাজেদি পুনৰায় নেযাব; কাৰণ ময় এতিয়া আপোন চকুৰে দৃষ্টি কৰিলোঁ।

৯ হে চিয়োন-জীয়াৰী, অতিশয় উল্লাস কৰা, হে যিৰূচালেম-জীয়াৰী, জয়ধ্বনি কৰা; দেখা, তোমাৰ ৰজা তোমাৰ ওচৰলৈ আহিছে; তেওঁ ন্যায়, পৰিত্ৰাণযুক্ত, আৰু নম্ৰ; তেওঁ গাধত, গাধীৰ পোৱালিতেই উঠি আহিছে। ১০ ময় ইফ্ৰয়িমৰ পৰা ৰথ আৰু যিৰূচালেমৰ পৰা ঘোঁৰা উচ্ছন্ন কৰিম, আৰু যুদ্ধধনু ভঙ্গা হব; তেওঁ জাতিবিলাকক শান্তিৰ কথা কব; তেওঁৰ ৰাজ্য সমুদ্ৰৰ পৰা সমুদ্ৰলৈকে, আৰু নদীখনৰ পৰা পৃথিৱীৰ অন্তলৈকে হব। ১১ আৰু তোমাৰ বিষয়ে হলে, তোমাৰে সৈতে স্থাপন কৰা নিয়মটীৰ তেজৰ গুণত, পানী নথকা গাঁতৰ পৰা ময় তোমাৰ বন্দীয়াৰবোৰক বাহিৰলৈ উলি-য়ালোঁ; ১২ হে আশা কৰা বন্দীয়াৰবিলাক, তোমালোকে উলটি দৃঢ় দুৰ্গলৈ আহাঁ; ময় আজিয়েই প্ৰকাশ কৰিছোঁ, যে, ময় তোমাক দুগুণ মঙ্গল দান কৰিম। ১৩ কিয়নো ময় যিহূ-দাক মোৰ পক্ষে ধনুস্বৰূপে ভিৰালোঁ, আৰু ইফ্ৰয়িমক কাঁড়স্বৰূপে গুণত জুৰিলোঁ; হে যাবন, তোমাৰ সন্তানবিলাকৰ বিৰুদ্ধে, হে চিয়োন, তোমাৰ সন্তানবিলাকক ময় উচটাম, আৰু ময় তোমাক এজন বীৰৰ তৰোৱালস্বৰূপ কৰিম। ১৪ যিহোৱাই সিবিলাকৰ ওপৰত দেখা দিব, আৰু তেওঁৰ বাণ বিজুলীৰ নিচিনাকৈ ওলাব; প্ৰভু যিহোৱাই শিঙ্গা বজাব, আৰু দক্ষিণ অঞ্চলৰ বামাৰলি বায়ুস্বৰূপ ৰথত গমন কৰিব। ১৫ বাহিনীবিলাকৰ যিহোৱা সিবিলাকৰ ঢালস্বৰূপ হব, তাতে সিবিলাকে শত্ৰুৰ মঙহ খাব, আৰু ফিঙ্গাৰ শিলস্বৰূপে সিহঁতক ভৰিৰ তলত গচকিব; সিবিলাকে সিহঁতৰ তেজ পান কৰিব, আৰু দ্ৰাক্ষাৰস পান কৰি গোলমাল কৰাৰ দৰে গোলমাল কৰিব; আৰু তেজ ৰখা পাত্ৰৰ নিচিনাকৈ সিবিলাক তেজেৰে পূৰ হব, আৰু যজ্ঞবেদিৰ চাৰি চুকৰ নিচিনা হব। ১৬ আৰু সেই দিনা সিবিলাকৰ ঈশ্বৰ যিহোৱাই আপোনাৰ মেৰৰ জাকস্বৰূপ প্ৰজা বুলি সিবি-লাকক উদ্ধাৰ কৰিব; কিয়নো সিবিলাক তেওঁৰ দেশৰ ওপৰত জকমকোৱা এটী কিৰীটিৰ মণি-মুকুতাস্বৰূপ হব। ১৭ কাৰণ তেওঁৰ মঙ্গল কেনে মহৎ! আৰু তেওঁৰ সৌন্দৰ্য্য বা কেনে মহৎ! শস্যই যুবাবিলাকক, আৰু নতুন দ্ৰাক্ষাৰসে যুৱতীবিলাকক সতেজ কৰিব।

### ইস্রায়েললৈ কৰা যিহোৱাৰ মঙ্গল-প্ৰতিজ্ঞা।

**১০** তোমালোকে শেষতীয়া বৰষুণৰ কালত যিহোৱাৰ আগত, বিজুলী সৃষ্টি কৰোঁতা যিহোৱাৰ আগতেই বৰষুণৰ নিমিত্তে প্ৰাৰ্থনা কৰা; তাতে তেওঁ সিবিলাকক জাক জাক বৰষুণ দি প্ৰত্যেকৰ পথাৰত. ঘাঁহ উৎপন্ন কৰিব। কিয়নো গৃহ-দেৱতাবোৰে অসাৰ কথা কলে, আৰু মঙ্গলতিবোৰে মিছা দৰ্শন পালে, সিহঁতে মিছা সপোনৰ কথা প্ৰকাশ কৰিলে, সিহঁতে বৃথায় সান্ত্বনা দিয়ে; এই কাৰণে লোকবিলাকে মেৰৰ নিচিনাকৈ ভ্ৰমি ফুৰে, আৰু ৰখীয়া নোহোৱাত দুঃখ পায়। ৩ মেৰ-ৰখীয়াবিলাকৰ অহিতে মোৰ ক্ৰোধ জ্বলি উঠিছে, আৰু ময় মটা ছাগবিলাকক দণ্ড দিম; কিয়নো বাহিনীবিলাকৰ যিহোৱাই আপোনাৰ জাক যিহুদা-বংশৰ বুজ-বিচাৰ লৈছে, তেওঁ সিবিলাকক আপোনাৰ উত্তম ৰণুৱা ঘোঁৰা যেন কৰিব। ৪ তাৰে পৰা চুকৰ শিলটী, তাৰে পৰা বেৰত মৰা খুঁটিটো, তাৰে পৰা যুদ্ধ-ধনুখন, আৰু তাৰে পৰা সকলো শাসনকৰ্ত্তা উৎপন্ন হব। ৫ আৰু সিবিলাকে বীৰ হৈ যুদ্ধত বাটৰ বোকাত আপোনাবিলাকৰ শত্ৰুবোৰক গচকিব, আৰু সিবিলাকে যুদ্ধ কৰিব, কিয়নো যিহোৱা সিবিলাকৰ লগত আছে; তাতে অশ্বাৰোহীবিলাক লজ্জিত হব। ৬ অধিকন্তু ময় যিহুদা-বংশক সবল কৰিম, যোচেফ-বংশক উদ্ধাৰ কৰিম, আৰু সিবিলাকক পুনৰায় আনিম; কিয়নো ময় সিবিলাকক দয়া কৰোঁ; আৰু সিবিলাক এনেকুৱা হব, যেন মোৰ দ্বাৰায় সিবিলাক দূৰীকৃত হোৱা নাছিল; কাৰণ ময় সিবিলাকৰ ঈশ্বৰ যিহোৱা, আৰু ময় সিবিলাকৰ প্ৰাৰ্থনাৰ উত্তৰ দিম। ৭ ইফ্ৰয়িমীয়াবিলাক বীৰপুৰুষৰ নিচিনা হব, আৰু দ্ৰাক্ষাৰসৰ দ্বাৰায় যেনেকৈ মানুহৰ মনত আনন্দ হয়, সিবিলাকৰ হৃদয়ত তেনে আনন্দ হব, এনে কি, সিবিলাকৰ সন্তানবিলাকে তাকে দেখি আনন্দ কৰিব, আৰু সিহঁতৰ হৃদয়ে যিহোৱাত উল্লাস কৰিব। ৮ ময় সিবিলাকক সুহুৰিয়াই মাতি গোটাম, কাৰণ ময় সিবিলাকক মুক্ত কৰিলোঁ, আৰু সিবিলাক আগৈয়ে বৃদ্ধি পোৱাৰ দৰে বৃদ্ধি পাব। ৯ ময় জাতিবিলাকৰ মাজত সিবিলাকক কঠিয়া বোৱাদি বম; তাতে সিবিলাকে দূৰ দেশত মোক সোঁৱৰণ কৰিব; আৰু সিবিলাকে আপোন আপোন সন্তানবিলাকে সৈতে জীৱনযাপন কৰি উলটি আহিব। ১০ ময় সিবিলাকক পুনৰায় মিচৰ দেশৰ পৰা ওলোটাই আনিম, আৰু অচূৰৰ পৰা গোটাম; আৰু ময় সিবিলাকক গিলিয়দ দেশ আৰু লিবানোনলৈ আনিম; সিবিলাকলৈ ঠাইৰ নাটনি হব। ১১ তেওঁ সঙ্কট-সমুদ্ৰৰ মাজেদি গমন কৰিব, সাগৰৰ ঢৌক প্ৰহাৰ কৰিব; আৰু নীল নদীৰ আটাই অগাধ জল শুকুৱা যাব, অচূৰৰ গৰ্ব্ব খৰ্ব্ব কৰা হব, আৰু মিচৰৰ দণ্ডডালি দূৰ কৰা যাব। ১২ ময় সিবিলাকক যিহোৱাত সবল কৰিম, আৰু যিহোৱাই কৈছে, সিবিলাকে তেওঁৰ নামেৰে অহাযোৱা কৰিব।

### ইস্রায়েলক চৰোৱা মেৰ-ৰখীয়া জনে আপোনাৰ কাম এৰি যোৱা।

**১১** হে লিবানোন, অগ্নিয়ে তোমাৰ এৰচ বৃক্ষবোৰ গ্ৰাস কৰিবৰ নিমিত্তে তোমাৰ দুৱাৰবোৰ মুকলি কৰা। ২ হে দেৱদাৰু, হাহাকাৰ কৰা, কিয়নো এৰচ বৃক্ষ পতিত হল, কাৰণ উত্তম উত্তমবোৰ নষ্ট হল; হে বাচানৰ অলোন বৃক্ষবিলাক, হাহাকাৰ কৰা, কাৰণ দুৰ্গম কাঠনী মাটিৰে সমান হল। ৩ শুনা, মেৰ-ৰখীয়াবিলাকৰ হাহাকাৰৰ শব্দ, কাৰণ সিবিলাকৰ গৌৰৱ নষ্ট হল; শুনা, যুৱা সিংহবোৰৰ গৰ্জ্জনৰ শব্দ, কিয়নো যৰ্দ্দনৰ শোভাস্থান নষ্ট হল। ৪ মোৰ ঈশ্বৰ যিহোৱাই এই কথা কলে, বধ কৰিব লগীয়া মেৰ-জাকক তুমি চৰোৱা; ৫ সিহঁতক কিনোতাবোৰে সিহঁতক বধ কৰে, আৰু আপোনাবিলাকক দোষী বুলি নেভাবে; আৰু সিহঁতক বেচোঁতা প্ৰতিজনে কয়, যিহোৱা ধন্য, কিয়নো ময় ধনী হলোঁ; আৰু সিহঁতৰ আপোন ৰখীয়াবিলাকে সিহঁতক মৰম নকৰে। ৬ কাৰণ, যিহোৱাই কৈছে, ময় দেশ-নিবাসীবিলাকক আৰু মৰম নকৰিম, কিন্তু দেখা, ময় মানুহবিলাকৰ প্ৰতিজনক আপোন ওচৰ-চুবুৰীয়াৰ আৰু আপোন ৰজাৰ হাতত সোধাই দিম; সিবিলাকে দেশ চূৰ্ণ কৰিব, ময় সিবিলাকৰ

হাতৰ পৰা সিহঁতক উদ্ধাৰ নকৰিম। [৭] তাতে, বধ কৰিব লগীয়া সেই মেৰ-জাকক, সেই অতি দুঃখী মেৰবিলাকক মই চৰাবলৈ ধৰিলোঁ; আৰু মই নিজৰ নিমিত্তে দুডাল লাখুটি ললোঁ, এডালৰ নাম সৌন্দৰ্য্য, আৰু আনডালৰ নাম একতা ৰাখিলোঁ; এই ৰূপে মই মেৰ-জাকক চৰাবলৈ ধৰিলোঁ। [৮] আৰু মই এক মাহৰ ভিতৰতে তিনি জন মেৰ-ৰখীয়া উচ্ছন্ন কৰিলোঁ; কিয়নো মোৰ প্ৰাণ সিহঁতত অধৈৰ্য্য হল, আৰু সিহঁতৰ প্ৰাণেও মোক ঘিণ কৰিলে। [৯] তেতিয়া মই কলোঁ, মই তোমালোকক আৰু নচৰাওঁ; যি মৰে মৰোক, আৰু যি উচ্ছন্ন হয় হওক, আৰু অৱশিষ্টবোৰে ইজনে সিজনৰ মাংস খাওক। [১০] পাছে মই নিজৰ সৌন্দৰ্য্য নামৰ লাখুটিডাল লৈ, সকলো জাতিবিলাকৰ লগত মই স্থাপন কৰা নিয়মটো ভঙ্গা দেখুৱাবৰ নিমিত্তে, তাক দোডোখৰ কৰিলোঁ। [১১] আৰু সেই দিনা সেই নিয়মটো ভঙ্গা হলত, মোলৈ কাণ পতা অতি দুঃখী মেৰবোৰে স্বৰূপকৈয়ে জানিলে, যে, এয়ে যিহোৱাৰ বাক্য। [১২] আৰু মই সিবিলাকক কলোঁ, যদি তোমালোকে ভাল দেখা, তেন্তে মোক মোৰ বেচ দিয়া; যদি নেদেখা, তেন্তে নেলাগে; তাতে সিবিলাকে মোৰ বেচৰ অৰ্থে ত্ৰিশ চেকল ৰূপ জুখি মোক দিলে। [১৩] তেতিয়া যিহোৱাই মোক কলে, তাক কুমাৰৰ আগত পেলাই দিয়া, সিবিলাকৰ বিবেচনাত এয়ে উচিত মূল্য; তাতে মই সেই ত্ৰিশ চেকল ৰূপ লৈ যিহোৱাৰ গৃহত কুমাৰৰ আগত পেলাই দিলোঁ। [১৪] পাছে, যিহুদা আৰু ইস্ৰায়েলৰ মাজত ভ্ৰাতৃবন্ধন ভঙ্গা দেখুৱাবৰ নিমিত্তে মোৰ একতা নামৰ আনডাল লাখুটি মই দোডোখৰ কৰিলোঁ।

[১৫] পাছে যিহোৱাই মোক কলে, তুমি পুনৰায় এজন অজ্ঞান মেৰ-ৰখীয়াৰ সঁজুলি লোৱা; [১৬] কিয়নো দেখা, যি জনে নষ্ট হব লগীয়াবিলাকৰ বুজ-বিচাৰ নলব, ছিন্নভিন্ন হোৱাবিলাকক নিবিচাৰিব, বা ভগ্ন হোৱাটোক সুস্থ নকৰিব, নাইবা সুস্থটোক প্ৰতিপালন নকৰিব, কিন্তু হৃষ্টপুষ্টবিলাকৰ মাংস খাব, আৰু সিহঁতৰ খুৰাও ডোখৰডোখৰকৈ ছিঙিব, এনে এজন মেৰ-ৰখীয়া মই দেশত উৎপন্ন কৰিম। [১৭] জাক এৰি যোৱা অকামিলা ৰখীয়াৰ সন্তাপ হব; তাৰ বাহুত আৰু তাৰ সোঁ চকুত তৰোৱাল পৰিব; তাৰ বাহু একেবাৰে শুকাই যাব, আৰু তাৰ সোঁ চকু একেবাৰে কণা হব।

যিহোৱাই আপোনাৰ প্ৰজাবিলাকৰ ঢালস্বৰূপ হোৱা। লোকবিলাকৰ মন-পালটন আৰু তাৰ ফল।

**১২** ইস্ৰায়েলৰ বিষয়ে যিহোৱাৰ ভাৰবাক্য। আকাশ-মণ্ডল বিস্তাৰ কৰোঁতা, পৃথিবীৰ ভিত্তিমূল স্থাপন কৰোঁতা, আৰু মনুষ্যৰ অন্তৰত আত্মা গঠন কৰোঁতা যিহোৱাই এই ৰূপে কৈছে, [২] দেখা, মই যিৰূচালেমক চাৰিওফালে থকা আটাই জাতিৰ নিমিত্তে টলংপলং কৰাওঁতা পান-পাত্ৰস্বৰূপ কৰিম, আৰু যিৰূচালেমক অৱৰোধ কৰা কালত এয়ে যিহুদালৈকো ঘটিব। [৩] সেই দিনা মই যিৰূচালেমক সকলো জাতিৰ পক্ষে, তুলিবলৈ কষ্টকৰ শিলস্বৰূপ কৰিম; যিবিলাকে তাক তুলিব, সেই আটাইবিলাকৰ বৰকৈ ঘা লাগিব, আৰু পৃথিবীৰ আটাই জাতিয়ে তাৰ অহিতে গোট খাব। [৪] যিহোৱাই কৈছে, সেই দিনা মই আঘাত কৰি প্ৰত্যেক ঘোঁৰাক ভয় লগাম, তাত উঠা জনক বলীয়া কৰিম; মই যিহুদা-বংশলৈ মোৰ চকু মুকলি কৰিম, কিন্তু জাতিবিলাকৰ প্ৰত্যেক ঘোঁৰাক আঘাত কৰি কণা কৰিম। [৫] আৰু যিহুদাৰ প্ৰধানবিলাকে আপোন আপোন মনতে কব, যিৰূচালেম-নিবাসীবিলাক আপোনাবিলাকৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাৰ সহায়ত মোৰ বল। [৬] সেই দিনা মই যিহুদাৰ প্ৰধানবিলাকক খৰিৰ মাজত থকা জুই ধৰা পাত্ৰ, আৰু ডাঙৰিবোৰৰ মাজত জ্বলাই থোৱা আৰিয়াৰ নিচিনা কৰিম; সিবিলাকে সোঁ আৰু বাওঁফালে চাৰিওকোষে আটাই জাতিক গ্ৰাস কৰিব, আৰু যিৰূচালেমে পুনৰায় আপোন ঠাই যিৰূচালেমতেই বাস কৰিব। [৭] দায়ূদ-বংশৰ আৰু যিৰূচালেম-নিবাসীবিলাকৰ শ্ৰী যিহুদাতকৈ বৰ বুলি বিবেচিত নহবৰ নিমিত্তে, যিহোৱাই যিহুদাৰ তাম্বুবোৰ প্ৰথমে ৰক্ষা কৰিব। [৮] সেই দিনা যিহোৱা যিৰূচালেম-নিবাসীবিলাকৰ ঢালস্বৰূপ হব, আৰু সিবিলাকৰ মাজৰ দুৰ্ব্বল

লোক সেই দিনা দায়ূদৰ সদৃশ হব, আৰু দায়ূদৰ বংশ ঈশ্বৰৰ সদৃশ, সিবিলাকৰ আগে আগে যোৱা যিহোৱাৰ দূতৰেই সদৃশ হব। [৯] আৰু সেই দিনা যিৰূচালেমৰ বিৰুদ্ধে অহা আটাই জাতিক ময় নষ্ট কৰিবলৈ মন কৰিম। [১০] আৰু দায়ূদ-বংশৰ ও যিৰূচালেম-নিবাসীবিলাকৰ ওপৰত ময় অনুগ্ৰহ আৰু মিনতিৰ আত্মা বাকি দিম; তাতে সিবিলাকে বিন্ধা যি ময়, মোলৈ সিবিলাকে চাব, আৰু একেটী পুত্ৰৰ নিমিত্তে বিলাপ কৰা নিচিনাকৈ সিবিলাকে তেওঁৰ নিমিত্তে বিলাপ কৰিব, আৰু প্ৰথমে জন্মা পুত্ৰৰ বিয়োগত মানুহে বেজাৰ পোৱাৰ দৰে সিবিলাকে তেওঁৰ নিমিত্তে মনত বেজাৰ পাব। [১১] মগিদ্দোন সমথলৰ হদদ-ৰিম্মোণত কৰা বিলাপৰ নিচিনাকৈ যিৰূচালেমত সেই দিনা মহা-বিলাপ হব। [১২] দেশীয় প্ৰত্যেক গোষ্ঠীয়ে পৃথকে পৃথকে বিলাপ কৰিব; দায়ূদ-বংশৰ গোষ্ঠীয়ে পৃথকে, আৰু সিবিলাকৰ তিৰুতাবিলাকে পৃথকে; নাথন-বংশৰ গোষ্ঠীয়ে পৃথকে, আৰু সিবিলাকৰ তিৰুতাবিলাকে পৃথকে; [১৩] লেবী-বংশৰ গোষ্ঠীয়ে পৃথকে, আৰু সিবিলাকৰ তিৰুতাবিলাকে পৃথকে; চিমিয়ীৰ গোষ্ঠীয়ে পৃথকে, আৰু সিবিলাকৰ তিৰুতাবিলাকে পৃথকে; [১৪] অৱশিষ্ট আটাই গোষ্ঠীৰ মাজত এক এক গোষ্ঠীয়ে পৃথকে আৰু সিবিলাকৰ তিৰুতাবিলাকে পৃথকে পৃথকে বিলাপ কৰিব।

১৩ সেই দিনা পাপ আৰু অশুচিতা শুচাবলৈ দায়ূদ-বংশৰ আৰু যিৰূচালেম নিবাসীবিলাকৰ নিমিত্তে এক ভুমুক খোলা যাব। [২] আৰু বাহিনীবিলাকৰ যিহোৱাই কৈছে, সেই দিনা ময় দেশৰ পৰা প্ৰতিমাবোৰৰ নাম লুপ্ত কৰিম, সেইবোৰক আৰু সোঁৱৰণ কৰা নহব; আৰু ময় ভাববাদীবোৰক আৰু অশুচিতাজনক আত্মাক দেশৰ পৰা গুচাম। [৩] তেতিয়াও যদি কোনোৱে ভাববাণী প্ৰচাৰ কৰে, তেন্তে তাৰ জন্মদাতা বাপেক-মাকে তাক কব, তয় নিজীবি; কিয়নো তয় যিহোৱাৰ নাম কৰি মিছা কথা কৈছ; আৰু সি প্ৰচাৰ কৰিলে তাৰ জন্মদাতা মাক-বাপেকে তাক হুঁচি মাৰিব। [৪] আৰু সেই দিনা প্ৰত্যেক ভাববাদীয়ে প্ৰচাৰ কৰা কালত আপোন আপোন দৰ্শনৰ বিষয়ে লজ্জিত হব, আৰু সিহঁতে ছল কৰিবৰ অৰ্থে নোমাল জামা আৰু নিপিন্ধিব। [৫] কিন্তু প্ৰতিজনে কব, ময় ভাববাদী নহওঁ, ময় কেৱল খেতিয়কহে; কিয়নো লৰা কালৰে পৰা ময় বন্দী-অৱস্থাত আছোঁ। [৬] আৰু যেতিয়া কোনোৱে তাক কব, তোৰ বাহু দুটাৰ মাজত এইবোৰ ঘাৰ দাগ কিহৰ? তেতিয়া সি উত্তৰ দিব, মোৰ বন্ধুবিলাকৰ ঘৰত ময় এইবোৰ আঘাত পোৱা দাগ।

মেৰ-ৰখীয়াক আঘাত কৰা। শেষকালৰ মহাযুদ্ধ আৰু ইস্ৰায়েলৰ উদ্ধাৰ। দেশৰ উন্নতি। অভিষিক্ত জনাৰ ৰাজত্ব।

[৭] বাহিনীবিলাকৰ যিহোৱাই কৈছে, হে তৰোৱাল, তুমি মোৰ মেৰ-ৰখীয়াৰ অহিতে, মোৰ লগৰীয়া পুৰুষ জনৰেই অহিতে সাৰ পোৱা; মেৰ-ৰখীয়া জনক আঘাত কৰা, তাতে মেৰবোৰ ছিন্নভিন্ন হৈ যাব; আৰু ময় ক্ষুদ্ৰবিলাকৰ ওপৰত মোৰ হাত চলাম। [৮] যিহোৱাই কৈছে, গোটেই দেশৰ দুভাগ লোক উচ্ছন্ন হব, মৰিব, কিন্তু তৃতীয় ভাগ তাত অৱশিষ্ট থাকিব। [৯] আৰু সেই তৃতীয় ভাগক ময় জুইত সুমুৱাই, ৰূপ খপাদি খপিম, আৰু সোণ পৰীক্ষা কৰাদি পৰীক্ষা কৰিম; সিবিলাকে মোৰ নামেৰে প্ৰাৰ্থনা কৰিব, আৰু ময় সিবিলাকক উত্তৰ দিম; ময় কম, এয়ে মোৰ প্ৰজা, আৰু সিবিলাকে কব, যিহোৱা মোৰ ঈশ্বৰ।

১৪ দেখা, যি দিনা তুমি লুট কৰি লোৱা দ্ৰব্য শত্ৰুৱে তোমাৰ মাজত ভাগ কৰি লব, যিহোৱাৰ এনে এক দিন আহিছে। [২] কিয়নো ময় যুদ্ধৰ অৰ্থে যিৰূচালেমৰ অহিতে আটাই জাতিক গোটাম; তাতে নগৰখন শত্ৰুৰ হাতত পড়িব, ঘৰবোৰ লুট কৰা হব, আৰু তিৰুতাবিলাকক বলাৎকাৰ কৰা হব; নগৰখনৰ এভাগ লোক বন্দী-অৱস্থালৈ ওলাই যাব, কিন্তু অৱশিষ্ট লোকবিলাকক নগৰৰ পৰা উচ্ছন্ন কৰা নহব। [৩] তেতিয়া যিহোৱা ওলাই, যুদ্ধৰ দিনা যুদ্ধ কৰা নিচিনাকৈ সেই জাতিবিলাকৰ অহিতে যুদ্ধ কৰিব। [৪] আৰু সেই দিনা পূব-ফালে যিৰূচালেমৰ সম্মুখত থকা জৈতুন পৰ্ব্বতৰ

ওপৰত তেওঁৰ চৰণ স্থিতি হব ; আৰু জৈতুন পৰ্ব্বত মাজতে পুব আৰু পশ্চিম ফাললৈ ফাটিব, আৰু বৰ ডাঙৰ উপত্যকা হৈ যাব ; পৰ্ব্বতৰ এফাল উত্তৰ দিশে, আৰু আন ফাল দক্ষিণ-দিশে হুহকি যাব। [৫] তাতে তোমালোক মোৰ পৰ্ব্বত দুটাৰ উপত্যকাইদি পলাবা ; কিয়নো পৰ্ব্বত দুটাৰ সেই উপত্যকা আচল-লৈকে বিস্তৃত হব। এনে কি, যিহূদাৰ ৰজা উজ্জিয়াৰ ৰাজত্বৰ কালত ভূমিকম্প হওঁতে যেনেকৈ তোমালোক পলাইছিলা, তেনেকৈ পলাবা ; আৰু মোৰ ঈশ্বৰ যিহোৱা আহিব, তোমাৰে সৈতে সকলো পবিত্ৰ লোক আহিব। [৬] আৰু সেই দিনা পোহৰ নহব ; জ্যোতিঃ-বোৰ ম্লান হৈ যাব। [৭] কিন্তু সেয়ে যিহোৱাই জনা অনুপম দিন হব, সেয়ে দিনো নহয় ৰাতিও নহয় ; কিন্তু সন্ধ্যা কালত পোহৰ হব। [৮] আৰু সেই দিনা যিৰূচালেমৰ পৰা জীৱন্ত জল-সমূহ ওলাব, তাৰ আধা পুব সমুদ্ৰৰ ফাললৈ, আন আধা পশ্চিম সমুদ্ৰৰ ফাললৈ যাব ; সেয়ে ঘাম আৰু জাৰকালতো থাকিব। [৯] আৰু যিহোৱা গোটেই পৃথিবীৰ ওপৰত ৰজা হব ; সেই দিনা যিহোৱা অদ্বিতীয় হব, আৰু তেওঁৰ নামো অদ্বিতীয় হব। [১০] গেবাৰে পৰা যিৰূ-চালেমৰ দক্ষিণফালে থকা ৰিম্মোণলৈকে গোটেই দেশ পৰিবৰ্ত্তন হৈ অৰাবা যেন হব, আৰু নগৰখন বিন্যামীনৰ দুৱাৰৰ পৰা প্ৰথম দুৱাৰৰ ঠাইলৈকে, চুকৰ দুৱাৰলৈকে, আৰু হননেলৰ ওখ কোঁঠৰ পৰা ৰজাৰ দ্ৰাক্ষাকুণ্ড-লৈকে ওখ হৈ আপোন ঠাইত স্থাপিত হব। [১১] লোকবিলাকে তাৰ মাজত বাস কৰিব ; তাত শাও আৰু নহব ; কিন্তু যিৰূচালেম নিৰাপদে বাস কৰিব। [১২] যিৰূচালেমৰ বিৰুদ্ধে যুদ্ধ কৰা আটাই জাতিক যিহোৱাই এই আঘাতেৰে আঘাত কৰিব ; তৰিৰ ওপৰত তৰ দি থিয় হৈ থাকোঁতে সিহঁতৰ মাংস ক্ষয় পাব, চকুৰ গাঁতত সিহঁতৰ চকু ক্ষয় পাব, আৰু সিহঁতৰ মুখত সিহঁতৰ জিবা ক্ষয় পাব। [১৩] আৰু সেই দিনা সিহঁতৰ মাজত যিহোৱাৰ পৰা মহাকোলাহল উপস্থিত হব ; সিহঁত প্ৰতিজনে আপোন ওচৰ-চুবুৰীয়াৰ হাতত ধৰিব, আৰু প্ৰতিজনে আপোন ওচৰ-চুবুৰীয়াৰ অহিতে হাত তুলিব। [১৪] যিহূদায়ো যিৰূচালেমত যুদ্ধ কৰিব ; আৰু চাৰিওফালে থকা সকলো জাতিৰ সোণ, ৰূপ, কাপৰ আদি ধন-সম্পত্তি অতিশয় অধিকৰূপে গোটোৱা হব। [১৫] আৰু সেই ছাউনিবোৰত থকা ঘোঁৰা, খছৰ, গাধ আদি সকলো পশুৰ আঘাত, সেই আঘাতৰ নিচিনাই হব। [১৬] আৰু যিৰূচালেমৰ অহিতে অহা আটাই জাতিৰ অৱশিষ্ট থকা প্ৰতিজনে বছৰে বছৰে বাহিনী-বিলাকৰ যিহোৱা ৰজাৰ আগত প্ৰণিপাত কৰিবলৈ আৰু পজা-পৰ্ব্ব পালন কৰিবলৈ উঠি আহিব। [১৭] পৃথিবীৰ আটাই গোষ্ঠীবিলাকৰ মাজত যিবিলাকে বাহিনীবিলাকৰ যিহোৱা ৰজাৰ আগত প্ৰণিপাত কৰিবলৈ যিৰূচালেমলৈ উঠি নাহিব, সিবিলাকৰ ওপৰত বৃষ্টি নহব। [১৮] আৰু মিচৰীয়া গোষ্ঠী যদি উঠি আহি উপস্থিত নহয়, তেন্তে সিহঁতৰ ওপৰতো নহব ; পজা-পৰ্ব্ব পালন কৰিবলৈ উঠি নহা জাতিক যিহো-ৱাই যি আঘাতেৰে আঘাত কৰিব, সেই আঘাতো হব। [১৯] এয়ে মিচৰৰ আৰু পজা-পৰ্ব্ব পালন কৰিবলৈ উঠি নহা আটাই জাতিৰ দণ্ড হব। [২০] সেই দিনা, "যিহোৱাৰ উদ্দেশে পবিত্ৰ," এই কথা ঘোঁৰাবোৰৰ টিলিঙাত থাকিব ; আৰু যিহোৱাৰ গৃহত থকা সকলো পাক-পাত্ৰ যজ্ঞবেদিৰ আগত থকা তেজ ৰখা পাত্ৰবোৰৰ নিচিনা হব ; [২১] এনে কি, যিৰূচালেম আৰু যিহূদাৰ প্ৰত্যেক পাক-পাত্ৰ বাহিনী-বিলাকৰ যিহোৱাৰ উদ্দেশে পবিত্ৰ হব ; আৰু বলিদান কৰোঁতা আটাইবিলাকে আহি তাৰ মাজত কোনো কোনো পাত্ৰ লৈ তাতে পাক কৰিব ; আৰু সেই দিনা বাহিনীবিলাকৰ যিহো-ৱাৰ গৃহত কনানীয়া লোক আৰু নথাকিব।

# মলাখী ভাববাদীর পুস্তক।

১ মলাখীর দ্বারায় ইস্রায়েললৈ কোওৱা যিহোৱার ভারবাক্য।

আভাষ।

২ যিহোৱাই কৈছে, মই তোমালোকক প্রেম করিলোঁ; তথাপি তোমালোকে কৈছা, তুমি কিহত আমাক প্রেম করিলা? যিহোৱাই কৈছে, এচৌ জানো যাকোবর ককায়েক নাছিল? ৩ তথাপি মই যাকোবক প্রেম করিলোঁ; কিন্তু মই এচৌক ঘিণ করিলোঁ, তার পর্ব্বতবোর উচ্ছন্ন ঠাই কবিলোঁ, আরু তার আধিপত্য অরণ্যর শিয়ালবোরক দিলোঁ। ৪ ইদোমে কৈছে, যদিও আমি গুড়ি হৈছোঁ, তথাপি আমি ধ্বংসস্থানবোর পুনরায় সাজিম; এই কারণে, বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে, সিহঁতে সাজিব, কিন্তু মই ভাজি পেলাম; তাতে, সিহঁত দুষ্টতার অঞ্চল, আরু যিহোৱাই সদায় ক্রোধ করা জাতি বুলি প্রখ্যাত হব। ৫ আরু তোমালোকর চকুৱে তাক দেখিব, আরু তোমালোকে কবা, যিহোৱা ইস্রায়েলর সীমার বাহিরেও গৌরবান্বিত।

পুরোহিতবিলাকর কু-আচরণর নিমিত্তে যিহোৱাই সিবিলাকক দোষ ধরা।

৬ পুত্রই পিতৃক, আরু বন্দীয়ে প্রভুক সমাদর করে; পাছে যদি মই পিতৃ হওঁ, তেন্তে মোর সমাদর ক'তা? আরু যদি মই প্রভু হওঁ, তেন্তে মোলৈ ভয় ক'তা? মোর নাম হেয়জ্ঞান করোঁতা হে পুরোহিতবিলাক, তোমালোককেই বাহিনীবিলাকর যিহোৱাই এই কথা কৈছে; কিন্তু তোমালোকে কৈছা, আমি কিহত তোমার নাম হেয়জ্ঞান করিলোঁ? ৭ তোমালোকে মোর যজ্ঞবেদির ওপরত অশুচি আহার উৎসর্গ করিছা; তথাপি তোমালোকে কৈছা, আমি কিহত তোমাক অশুচি করিলোঁ? যিহোৱার মেজ তুচ্ছ, এনে কথা কোৱাতেই। ৮ আরু যেতিয়া তোমালোকে বলিদানর অর্থে অন্ধ পশু উৎসর্গ করা, সেইটো বেয়া নহয়! আরু যেতিয়া তোমালোকে খোরা আরু রুগীয়া পশু উৎসর্গ করা, সেইটো বেয়া নহয়! তোমার দেশাধিপতির আগত তাক উপহারস্বরূপে দিয়াছোন; বাহিনীবিলাকর যিহোৱাই কৈছে, তেওঁ তোমালৈ প্রসন্ন হব নে? বা তোমাক গ্রাহ্য করিব নে? ৯ মই এতিয়া মিনতি করোঁ, ঈশ্বর আমালৈ দয়ালু হবর নিমিত্তে তেওঁর অনুগ্রহ প্রার্থনা করা; তোমালোকর হাতর দ্বারায়েই সেই কার্য্য হৈছে; বাহিনীবিলাকর যিহোৱাই কৈছে, তেওঁ তোমালোকর কোনো জনক গ্রাহ্য করিব নে? ১০ তোমালোকে মোর যজ্ঞবেদির ওপরত বৃথায় জুই নজ্বলাবর নিমিত্তে, দুৱার বন্ধ করিবলৈ তোমালোকর মাজত এজন থকা হলে কেনে ভাল আছিল! বাহিনীবিলাকর যিহোৱাই কৈছে, মই তোমালোকত একো সন্তোষ নেপাওঁ; আরু তোমালোকর হাতর পরা মই কোনো বলি গ্রহণ নকরোঁ। ১১ কিয়নো সূর্য্য উদয় হোৱা ঠাইর পরা অস্ত যোৱা ঠাইলৈকে পরজাতিবিলাকর মাজত মোর নাম মহান, আরু প্রত্যেক ঠাইত মোর নামেরে ধূপ জলোৱা আরু শুচি নৈবেদ্য উৎসর্গ করা হৈছে; কারণ, বাহিনীবিলাকর যিহোৱাই কৈছে, মোর নাম পরজাতিবিলাকর মাজত মহান। ১২ কিন্তু, যিহোৱার মেজ অশুচি, তার পরা যি পোৱা হয়, সেয়ে অর্থাৎ তেওঁর ভোজন-দ্রব্য তুচ্ছ, এই বুলি কৈ তোমালোকে মোর নাম অপবিত্র করিছা। ১৩ তোমালোকে আরু কৈছা, দেখা, ই কেনে দিক্‌দারী! আরু বাহিনীবিলাকর যিহোৱাই কৈছে, তোমালোকে তাক হেয়জ্ঞান করিছা, আরু তোমালোকে বলেরে লোৱা

পশু, খোৰা আৰু ৰুগীয়া পশু আনিছা; এই ৰূপে তোমালোকে বলি আনিছা, যিহোৱাই কৈছে, ময় তোমালোকৰ হাতৰ পৰা তাক গ্ৰহণ কৰিম নে? [১৪] যি ছলকাৰীয়ে আপোনাৰ মেৰৰ জাকৰ মাজত মটা মেৰ থাকিলেও, সঙ্কল্প কৰি প্ৰভুৰ উদ্দেশে এজনী ঘুণীয়া মাইকী পশু উৎসৰ্গ কৰে, সি শাপগ্ৰস্ত হওক; কিয়নো বাহিনীবিলাকৰ যিহোৱাই কৈছে, ময় মহান ৰজা, আৰু মোৰ নাম পৰজাতিবিলাকৰ মাজত ভয়ানক।

পুৰোহিতবিলাকৰ দণ্ড। ভাৰ্য্যা ত্যাগ কৰা আৰু বিজাতীয় তিৰুতা বিয়া কৰা বাবে ইস্ৰায়েলক অনুযোগ কৰা।

২ এতেকে এতিয়া হে পুৰোহিতবিলাক, তোমালোকৰ নিমিত্তে এই আজ্ঞা। [২] বাহিনীবিলাকৰ যিহোৱাই কৈছে, মোৰ নাম গৌৰবান্বিত কৰিবলৈ তোমালোকে যদি কথা নুশুনা আৰু মন নিদিয়া, তেন্তে তোমালোকৰ ওপৰলৈ ময় শাও পঠাম, আৰু তোমালোকে আশীৰ্ব্বাদত পোৱা বস্তুবোৰক শাও দিম; এনে কি, তোমালোকে মন নিদিয়াৰ কাৰণে ময় সেই বোৰক শাও দিলোঁৱেই। [৩] দেখা, ময় তোমালোকৰ নিমিত্তে কঠিয়াক ধমকি দিম, আৰু তোমালোকৰ মুখত গু, তোমালোকৰ উৎসববোৰৰ যজ্ঞপশুৰ গুকেই লগাই দিম; আৰু তাৰে সৈতেই তোমালোকক লৈ যোৱা হব [৪] বাহিনীবিলাকৰ যিহোৱাই কৈছে, তোমালোকে জানিবা, যে, লেবীৰে সৈতে কৰা মোৰ নিয়মটী থাকিবৰ নিমিত্তেই তোমালোকৰ ওচৰলৈ এই আজ্ঞা পঠালোঁ। [৫] তেওঁৰ লগত থকা মো নিয়মটী, জীৱন আৰু শান্তিৰ নিয়ম আছিল; আৰু তেওঁ মোক ভয় কৰিবৰ নিমিত্তে ময় তেওঁক সেই দুয়োকো দিছিলোঁ, তাতে তেওঁ মোক ভয় কৰি মোৰ নাম সমাদৰ কৰিছিল। [৬] তেওঁৰ মুখত সত্যৰ ব্যৱস্থা আছিল, আৰু তেওঁৰ ওঁঠত কোনো অন্যায় পোৱা নগৈছিল; তেওঁ শান্তিৰে আৰু সৰলতাৰে মোৰ লগত অহাযোৱা কৰিছিল, আৰু অনেকক কুপথৰ পৰা ঘুৰাইছিল। [৭] কিয়নো পুৰোহিতৰ ওঁঠে জ্ঞান ৰক্ষা কৰে, আৰু তেওঁৰ মুখত লোকবিলাকে ব্যৱস্থা বিচাৰে; কাৰণ তেওঁ বাহিনীবিলাকৰ যিহোৱাৰ দূত। [৮] কিন্তু তোমালোক হলে, পথৰ পৰা এফলীয়া হৈ গলা, তোমালোকে ব্যৱস্থাত অনেকক উজুটি খুৱালা, বাহিনীবিলাকৰ যিহোৱাই কৈছে, তোমালোকে লেবীৰ নিয়মটী নষ্ট কৰিলা। [৯] এই হেতুকে, তোমালোকে মোৰ পথ নেৰাখি ব্যৱস্থাত মুখ চোৱাৰ কাৰণে, ময়ো তোমালোকক আটাই প্ৰজাবিলাকৰ আগত তুচ্ছ আৰু নীহ কৰিলোঁ।

[১০] আমাৰ সকলোৰে পিতৃ এজনা নহয় নে? এজনা ঈশ্বৰেই আমাক সৃজন কৰা নাই নে? তেন্তে আমাৰ পৈতৃক নিয়মটী অপবিত্ৰ কৰি কিয় আমি প্ৰতিজনে আপোন আপোন ভাইলৈ বিশ্বাসঘাতকতা কৰোঁ? [১১] যিহুদাই বিশ্বাসঘাতকতা কৰিলে, ইস্ৰায়েল আৰু যিৰূচালেমত ঘিণলগীয়া কাৰ্য্য কৰা হল; কিয়নো যিহুদাই যিহোৱাৰ প্ৰিয় ধৰ্ম্মধাম অপবিত্ৰ কৰিলে, আৰু বিজাতীয় দেৱতাৰ জীয়াৰীক বিয়া কৰি। [১২] যি মানুহে এনে কাৰ্য্য কৰে, সি বাহি লাকৰ যিহোৱাৰ উদ্দেশে নৈবেদ্য উৎসৰ্গ কৰিলেও, যিহোৱাই তাৰ সম্পৰ্কীয় পৰ দিওঁতা আৰু উত্তৰ দিওঁতাক যাকোবৰ তাম্বুৰ পৰা উচ্ছন্ন কৰিব। [১৩] আৰু তোমালোকে আকৌ ইয়াকো কৰিছা, যে, তোমালোকে চকুলোৰেৰে, ক্ৰন্দনেৰে, আৰু হুমুনিয়াহেৰে যিহোৱাৰ যজ্ঞবেদি ঢাকিছা; এই নিমিত্তে তেওঁ উপহাৰলৈ আৰু দৃষ্টি নকৰে, বা প্ৰসন্ন হৈ তোমালোকৰ হাতৰ পৰা তাক গ্ৰহণ নকৰে। [১৪] তথাপি তোমালোকে কৈছা, ইয়াৰ কাৰণ কি? তাৰ কাৰণ এই, তোমাৰ সঙ্গিনী, তোমাৰ বিবাহ-বন্ধনৰ ভাৰ্য্যা হোৱাতো যি তিৰুতালৈ তুমি বিশ্বাস-ঘাতকতা কৰিলা, তোমাৰ যৌবনকালৰ সেই ভাৰ্য্যা আৰু তোমাৰ মাজত যিহোৱা সাক্ষী আছে। [১৫] আত্মাৰ অৱশিষ্ট ভাগ তেওঁৰ থকাতো তেওঁ এজনকেই সৃষ্টি কৰা নাছিল নে? কিয় এজনকেই সৃষ্টি কৰিলে? তেওঁ ঈশ্বৰীয় বংশ বিচাৰিছিল; এই কাৰণে তোমালোকে আপোন আপোন আত্মাৰ বিষয়ে সাৱধান হোৱা, আৰু কোনেও আপোনাৰ যৌবনকালৰ ভাৰ্য্যালৈ বিশ্বাস-ঘাতকতা নকৰিবা; [১৬] কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই কৈছে,

ময় ভার্য্যা-ত্যাগ ঘিণ করোঁ, আরু বাহিনী-বিলাকর যিহোবাই কৈছে, যি জনে অত্যাচারেরে আপোন বস্ত্র ঢাকে, তাক ময় ঘিণ [illegible] তোমালোকে বিশ্বাস-ঘাত-[illegible]মিত্তে আপোন আপোন [illegible]ধান হোবা।

বিচার করিবলৈ নিয়মটীর দূতর আগমন।

[১৭] তোমালোকে আপোন আপোন বাক্যর দারায় যিহোবাক দিক দিছা; তথাপি তোমালোকে কৈছা, কিহত আমি তেওঁক দিক দিছোঁ? যিহোবার দৃষ্টিত কুকর্ম্মী উত্তম, আরু তেওঁ সিহঁতত সন্তুষ্ট; যদি সেয়ে নহয়, তেন্তে ন্যায় বিচারর ঈশ্বর ক'ত? তোমালোকে এনে ৩ কথা কোবাতেই। দেখা, ময় আপোন দূতক পঠাম, আরু তেওঁ মোর আগে আগে বাট যুগুত করিব; আরু যি প্রভুক তোমালোকে বিচারিছা, তেওঁ অকস্মাতে আপোন মন্দিরলৈ আহিব; বাহিনীবিলাকর [illegible]োবাই কৈছে, যি জনাত তোমালোক সন্তুষ্ট, দেখা, নিয়মটীর সেই দূত আহিব। [২] কিন্তু তেওঁর আগমনর দিন কোনে সহিব পারিব? আরু তেওঁ দর্শন দিলে কোনে তিষ্টিব পারিব? কিয়নো তেওঁ খপোঁতার জুই, আরু ধোবার খারস্বরূপ। [৩] তেওঁ সোণ খপোঁতার, আরু রূপ শুদ্ধ করোঁতার দরে বহি লেবীর সন্তানবিলাকক শুদ্ধ করিব, সোণ আরু রূপর নিচিনাকৈ সিবিলাকর ভাজ উলিয়াব; তাতে সিবিলাকে যিহোবার উদ্দেশে ধার্ম্মিকতারে নৈবেদ্য উৎসর্গ করিব। [৪] সেই কালত যিহুদা আরু যিরূচালেমর নৈবেদ্য পূর্ব্বকালর নিচিনাকৈ, প্রাচীন কালর বছরসমূহর নিচিনাকৈ যিহোবার দৃষ্টিত সন্তোষজনক হব। [৫] আরু ময় বিচার করিবলৈ তোমালোকর ওচরলৈ আহিম; আরু মায়াবী, পরস্ত্রীগামী, আরু মিছা শপথ করোঁতাবোরর বিরুদ্ধে, আরু যিবোরে বেচলৈ কাম করোঁতাক তার বেচর বিষয়ে অত্যাচার করে, বিধবা আরু পিতৃহীনক অত্যাচার করে, বিদেশীক অন্যায় করে, আরু মোক ভয় নকরে, সিহঁতর বিরুদ্ধে ময় বেগাই সাক্ষী হম, ইয়াক বাহিনীবিলাকর যিহোবাই কৈছে। [৬] কিয়নো ময় যি যিহোবা, মোর পরিবর্ত্তন নাই; এই হেতুকে হে যাকোবর সন্তান, তোমালোক বিনষ্ট হোবা নাই।

দশম ভাগ আরু উপহার নিদিয়া বাবে ইস্রায়েলক দোষ ধরা।

[৭] তোমালোকর পূর্ব্বপুরুষবিলাকর দিনরে পরা তোমালোকে মোর বিধিবোর ত্যাগ করি আহিছাহঁক, সেইবোর পালন করা নাই। বাহিনীবিলাকর যিহোবাই কৈছে, তোমালোকে মোর ওচরলৈ ঘূরি আহঁা, তাতে ময়ো তোমালোকলৈ ঘূরিম; কিন্তু তোমালোকে কৈছা, আমি কিহত ঘূরিম? [৮] মানুহে ঈশ্বরক ঠগাব নে? তথাপি তোমালোকে মোক ঠগাইছা। কিন্তু তোমালোকে কৈছা, আমি কিহত তোমাক ঠগালোঁ? দশম ভাগত আরু উপহারত। [৯] তোমালোক অতি শাপগ্রস্ত; কিয়নো তোমালোকে মোকেই ঠগাইছা, এনে কি, গোটেই জাতিয়েই ঠগাইছে। [১০] মোর গৃহত আহার হবর নিমিত্তে তোমালোকে ভঁরাললৈ গোটেই দশম ভাগ আনা; বাহিনীবিলাকর যিহোবাই কৈছে, ময় তোমালোকলৈ আকাশর দুবার [illegible]লি করিম নে নকরিম, আরু ঠায়ে নধরাকৈ তোমালোকলৈ আশীর্ব্বাদ বর্ষাম নে নবর্ষাম, তাক জানিবলৈ তোমালোকে ইয়ারেই মোক পরীক্ষা করি চোবা। [১১] ময় তোমালোকর নিমিত্তে গ্রাস করোঁতাক ধমকি দিম; তাতে সি তোমালোকর ভূমির শস্য নষ্ট নকরিব, নাইবা তোমালোকর বারীর দ্রাক্ষালতাই অসময়ত গুটি নসরাব, ইয়াক বাহিনীবিলাকর যিহোবাই কৈছে। [১২] আরু সকলো জাতিয়ে তোমালোকক ধন্য বুলিব; কিয়নো, বাহিনীবিলাকর যিহোবাই কৈছে, তোমালোক সন্তোষজনক দেশর লোক হবা।

অনুযোগ আরু মঙ্গল-প্রতিজ্ঞা।

[১৩] যিহোবাই কৈছে, মোর অহিতে কোবা তোমালোকর বাক্যবোর টান হৈছে। তথাপি তোমালোকে কৈছা, আমি কিহত তোমার অহিতে কথা কলোঁ? [১৪] তোমালোকে কলা, ঈশ্বরর ভজনা করা ব্যর্থ, আরু আমি যে তেওঁর

পালনীয় পালন কৰিলোঁ, আৰু বাহিনীবিলাকৰ যিহোৱাৰ আগত শোক-বস্ত্ৰেৰে অহাযোৱা কৰিলোঁ, তাত আমাৰ কি লাভ হল? [১৫] আমি গৰ্ব্বী লোকবিলাকক্হে ধন্য বোলোঁ; হয়, দুষ্কৰ্ম্মকাৰীবোৰৰেই উন্নতি হৈছে, আৰু সিহঁতে ঈশ্বৰক পৰীক্ষা কৰিও ৰক্ষা পাইছে। [১৬] সেই কালত যিহোৱাক ভয় কৰোঁতাবিলাকে ইজনে সিজনে কথাবাৰ্ত্তা হল, আৰু যিহোৱাই কাণ পাতি তাক শুনিলে; আৰু যিহোৱাক ভয় কৰোঁতাবিলাকৰ, আৰু তেওঁৰ নাম ধ্যান কৰোঁতাবিলাকৰ অৰ্থে তেওঁৰ আগত এখন স্মৰণাৰ্থক পুথী লিখা হল। [১৭] বাহিনীবিলাকৰ যিহোৱাই কৈছে, সিবিলাক মোৰ হব; ময় কাৰ্য্য কৰিবৰ দিনা, সিবিলাক মোৰ বিশেষ সম্পত্তি হব; কোনো মানুহে আপোনাৰ পৰিচৰ্য্যা কৰা নিজ পুত্ৰেকক মৰম কৰাদি, ময় সিবিলাকক মৰম কৰিম। [১৮] তেতিয়া তোমালোকে ঘূৰি, ধাৰ্ম্মিক আৰু দুষ্টৰ, ঈশ্বৰৰ আৰাধনা কৰা লোকৰ আৰু তেওঁৰ আৰাধনা নকৰা লোকৰ মাজত প্ৰভেদ দেখিবলৈ পাবা।

৪ কিয়নো দেখা, সেই যি দিন আহিছে, সেয়ে তুন্দুৰৰ নিচিনাকৈ জলিব, আৰু আটাই গৰ্ব্বী ও দুৰাচাৰী লোকবিলাক নৰাৰ নিচিনা হব; বাহিনীবিলাকৰ যিহোৱাই কৈছে, সেই যি দিন আহিছে, সেয়ে সিহঁতৰ শিপা কি ডাল একো অৱশিষ্ট নথকাকৈ সিহঁতক পুৰি পেলাব। [২] কিন্তু মোৰ নামলৈ ভয় [illegible] বাহিনী-লোক, তোমালোকলৈ হলে, তোমালোকে সেৱীৰ স্বাস্থ্যজনক কিৰণেৰে সৈতে [illegible] তোমা- তোমালোকে ওলাই গৈ গোহালিৰ দামুৰিৰ নিচিনাকৈ জেও দি নাচিবা। [illegible] তোমা-লোকে দুষ্টবোৰক গচকিবা; কিয়নো, বাহিনী-বিলাকৰ যিহোৱাই কৈছে, ময় কাৰ্য্য কৰিবৰ দিনা সিহঁত তোমালোকৰ ভৰিৰ তলুৱাৰ তলত থকা ছাই যেন হব।

[৪] মোৰ দাস মোচিৰ যি ব্যৱস্থা, যি বিধি আৰু শাসন-প্ৰণালীবোৰ হোৰেবত গোটেই ইস্ৰায়েলৰ নিমিত্তে তেওঁক আদেশ কৰিছিলোঁ, সেই সকলোকে তোমালোকে সোঁৱৰণ কৰা। [৫] দেখা, যিহোৱাৰ সেই মহৎ আৰু ভয়ানক দিন অহাৰ আগেয়ে, ময় তোমালোকৰ ওচৰলৈ এলিয়া ভাববাদীক পঠাম। [৬] তেওঁ সন্তান-বিলাকলৈ পিতৃবিলাকৰ মন, আৰু পিতৃ-বিলাকলৈ সন্তানবিলাকৰ মন ঘূৰাব; নতুবা ময় আহি দেশকে অভিশাপেৰে প্ৰহাৰ কৰিম।

পুৰণী নিয়ম সমাপ্ত।

Printed by D. N. Banerjee, at the Banerjee Press,
2, Maharani Swarnamoyee Road, Calcutta.